অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

## দ্বিতীয় খণ্ড

[ ৰাম সৰস্বতী, গোপীনাথ দ্বিজ, পৃথুৰাম দ্বিজ, দামোদৰ দাস আদি বিৰচিত ]

সম্পাদক—

হৰিনাৰায়ণ দত্ত বৰুৱা
সাহিত্যৰত্ন

দেবীৰাম পাঠশালা : নলবাৰী



( উদ্যোগ পৰ্ব সমাপ্ত )

# ভীষ্ম পৰ্ব

# সূচীপত্র

## বিৰাট পৰ্ব



( বিৰাট পৰ্ব সমাপ্ত )

## উদ্যোগ পৰ্ব

( ভীষ্ম পৰ্ব সমাপ্ত )

## দ্ৰোণ পৰ্ব

( দ্ৰোণ পৰ্ব সমাপ্ত )

# কৰ্ণ পৰ্ব



( কৰ্ণ পৰ্ব সমাপ্ত )

# শল্য পৰ্ব

( শল্য পৰ্ব সমাপ্ত )

## গদা পৰ্ব



( গদা পৰ্ব সমাপ্ত )

## ঐষিক পৰ্ব



( ঐষিক পৰ্ব সমাপ্ত )

# স্ত্ৰী পৰ্ব



( স্ত্ৰী পৰ্ব সমাপ্ত )

# শান্তি পৰ্ব

( শান্তি পৰ্ব সমাপ্ত )

## অশ্বমেধ পৰ্ব

| বিষয়— | পৃষ্ঠা— |
|---|---|

—অশ্বমেধ পৰ্ব সমাপ্ত—

# আশ্ৰমিক পৰ্ব

**আশ্ৰমিক পৰ্ব সমাপ্ত**

## মুষল পৰ্ব

( মুষল পৰ্ব্ব সমাপ্ত )

# মহাপ্ৰস্থানিক পৰ্ব



( মহাপ্ৰস্থানিক পৰ্ব সমাপ্ত )

# স্বৰ্গাৰোহণ পৰ্ব



( স্বৰ্গাৰোহণ পৰ্ব সমাপ্ত )

# নিবেদন

এই সংস্কৰণত **ঐষিক পৰ্ব্ব** আৰু **আশ্ৰমিক পৰ্ব্ব** দুটা ছপাখানাৰ ভুলৰ কাৰণে মাজতে বৈ গৈছিল ; পিচত সেই ভুল ধৰা পৰাত যৈ যোৱা উক্ত পৰ্ব্ব দুটা পুনঃ ছপা কৰি যথা স্থানত সন্নিবেশ কৰি দিয়া হ'ল। সেই কাৰণে দুয়োটা পৰ্ব্বৰে পৃষ্ঠা সংখ্যা আৰু পদ সংখ্যা ১ৰ পৰা আৰম্ভ কৰা হ'ল।

গদা পৰ্ব্বৰ ১৯২০ পৃষ্ঠাৰ ২৮২৩১ পদ সংখ্যাৰ পাচত **ঐষিক পৰ্ব্ব** আৰু অশ্বমেধ পৰ্ব্বৰ ২৩৮৬ পৃষ্ঠাৰ ৩৫০৮৬ পদসংখ্যাৰ পাচত **আশ্ৰমিক পৰ্ব্ব** যোগ দিয়া হৈছে। ইয়াত পৰ্ব্বৰ ক্ৰমিকতা ভঙ্গ হোৱা নাই। সজ্জন সকলে এইখিনি ত্ৰুটী মাৰ্জ্জনা কৰে যেন। ইতি –

প্ৰকাশক—

## অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

## বিৰাট পৰ্ব্ব

### মঙ্গলাচৰণ

জয় জয় দৈৱকীনন্দন দামোদৰ ।
ভকত বৎসল নমো সৰ্ব্ববিঘ্নহৰ ॥
কৃষ্ণৰ চৰণে কৰো সহস্ৰ প্ৰণতি ।
হৃদয়ত থাকি মোক দিয়োক সুমতি ॥ ১৮৭৭১
উত্তম জনক মই কৰো নমস্কাৰ ।
অল্পমতি দেখি দোষ ক্ষমিবা আমাৰ ॥
গৰুড়ৰ পখা সম যদ্যপিতো নাই ।
পখা অনুৰূপে পক্ষী তেৰে কি নুৰয় ॥ ১৮৭৭২

### পাণ্ডৱৰ অজ্ঞাতবাসৰ আলোচনা

ধৌম্য পুৰোহিত আৰো ৰাজা যুধিষ্ঠিৰ ।
দ্ৰুপদৰ নন্দিনী কনিষ্ঠ চাৰি বীৰ ॥
এহি সাতজনে গুপ্ত সমাজ পাতিল ।
চাৰি ভাইক সম্বোধিয়া নৃপতি বুলিল ॥ ১৮৭৭৩
দ্বাদশ বৎসৰ থাকি বঞ্চিলো নিৰ্জ্জনে ।
চিনিবে নপাৰে কেহো হেন জানা মনে ॥
সেব্য সেৱকৰ ধনুৰ্ব্বাণ ঋষিগণে ।
অৰণ্যতো নেৰিলে বান্ধৱ নাৰায়ণে ॥ ১৮৭৭৪
সুখে দুখে দ্বাদশ বৎসৰ বহি গৈল ।
অজ্ঞাত বৎসৰ ত্ৰয়োদশ আসি ভৈল ॥
কোন ৰাজ্যে বঞ্চিবো যাইবোহো কোন ঠাই ।
কোন কৰ্ম্ম কৰিবো আমৰা পাঞ্চ ভাই ॥ ১৮৭৭৫
আমাৰ একক যদি চিনে এক জনে ।
দ্বাদশ বৎসৰ থাকিবাক লাগে বনে ॥
হেনয় শঙ্কট আছে বৎসৰ মাসত ।
থাকিবাক লাগে আন ৰাজাৰ ৰাজ্যত ॥ ১৮৭৭৬
কূট কপটৰ গুৰু অন্ধকৰ সুত ।
ৰাজ্যে ৰাজ্যে গুপ্তচৰ পঠাইছে বহুত ॥
তাহান চৰিয়া যেন নিচিনে আমাক ।
আলোচি যুগুত কৰ্ম্ম লাগে কৰিবাক ॥ ১৮৭৭৭
ৰহিয়ো অৰ্জ্জুন ফুৰি আছা বহু দেশ ।
কোন নৃপতিৰ ৰাজ্য সম্পূৰ্ণ সুবেশ ॥

যি ৰাজ্যে বঞ্চিবো এৰাইবো দুখভাৰ।
বৈৰৰ মুণ্ডত যেন পৰে ছাৰখাৰ ॥ ১৮৭৭৮
ৰাজাৰ বচন শুনি অৰ্জ্জুন বদাঁত।
ধৰ্ম্মৰে ঋষিৰ বৰে এৰাইবো দুৰ্গতি ॥
তথাপি কহিবো ৰাজ্য জানো যত মানে।
বাছি লৈবা আপুনি বঞ্চিবা যিবা স্থানে ॥১৮৭৭৯
শূৰসেন পটেশ্বৰ দশাৰ্ণ পাঞ্চাল।
সৌৰাট অবন্তি মল্ল বিদিশল শাল্ব ॥
যুগন্ধৰ কুন্তেলাট সৰিৰ বন্ধল।
বাছি লবা ৰাজা যেহি মনে অনুকূল ॥ ১৮৭৮০
যুধিষ্ঠিৰে বোলন্ত শুনিয়ো ভ্ৰাতৃগণ।
মৎস্যনগৰীত মোৰ থাকিবাক মন ॥
ধৰ্ম্মৱন্ত কুলৱন্ত বৃদ্ধ মৎস্যৰাজ।
তাঙ্ক সেৱা কৰিলে নাহি কিছু লাজ ॥ ’৮১
আনো এক কথাখানি পুছোহো সবাতে।
কৰ্ম্ম কৰিবাক লাগে পৰৰ সেৱাতে ॥
কোনে কোন কৰ্ম্ম কৰিবাহা বিৰাটৰ।
হেন শুনি ধনঞ্জয়ে বুলিলা উত্তৰ ॥ ১৮৭৮২
আমাক লাগিয়া তুমি নকৰিবা মৰ্ম্ম।
তোমাক সেৱিলো কৰি আছো ভব কৰ্ম্ম ॥
তুমি কোন কৰ্ম্ম জানা ৰাজা ৰাজেশ্বৰ।
কেনমতে সেৱা কৰিবাহা বিৰাটৰ ॥ ১৮৭৮৩
যুধিষ্ঠিৰে বোলন্ত বঞ্চিবো দুখ কাল।
বিৰাট নৃপতি শুনো ৰৰহি পাশাল ॥
পাশা খেলি কৌতুক কৰাইবো ৰাত্ৰি দিন।
মোহমত্ত হৈবে মোক নেদেখিবে ভিন ॥ ১৮৭৮৪
সাজি পাশা-বাৰি দিবো হস্তীৰ দন্তৰ।
কৃষ্ণ-ৰক্ত চিহ্ন বৈদুৰ্য্যৰ সুৱৰ্ণৰ ॥
পাশা জিনি আনিবোহো সুৱৰ্ণৰ লক্ষ।
এহি কৰ্ম্মে নৃপতিকো কৰিবোহো বশ ॥ ১৮৭৮৫
চাপ সমে সাজিবোহো কৰি বিতোপন।
পাঞ্চগুটি পাশৰটি হস্তীৰ দশন ॥
চাৰিৰ পিঠিত চাৰি চাৰি ঠাইত চিহ্ন।
খেলাইবাৰ বেলা যেন দেখি ভিন্ন ভিন্ন ॥ ’৮৬

বৈদুৰ্য্য শ্যামল বৰ্ণ সুৱৰ্ণ ৰচিত।
ইন্দ্ৰলব কৃষ্ণবৰ্ণ প্ৰবালে লোহিত ॥
পাশা খেলিবাৰ চৰ্ম্ম সাজিবো কুশল।
চকত লগাইবো তাত সুৱৰ্ণৰ জল ॥ ১৮৭৮৭
যেৱে মোত পুছে তেৱে কহিবো ৰাজাত।
কঙ্ক নামে দ্বিজবৰ জগতে প্ৰখ্যাত ॥
মোৰ প্ৰিয় সখা যুধিষ্ঠিৰ ধৰ্ম্মৰাজ।
আমাক এৰিলে তেৱে তৈত বনমাজ ॥ ১৮৭৮৮
এহিৰূপে খ্যাত হৈবো বিৰাট ৰাজ্যত।
একোজনে নিচিনিব অজ্ঞাত বাসত ॥
ভীমে কোন কৰ্ম্ম কৰিবেক বিৰাটৰ।
তেতিক্ষণে ৰাজাক মাতিলা বৃকোদৰ ॥ ১৮৭৮৯
বিৰাট ৰাজাৰ মঞি হৈবো সুপকাৰ।
ৰান্ধিবোহো অন্ন সুপ ব্যঞ্জন সম্ভাৰ ॥
আৱটিবো বহুবিধ দুগ্ধ নিতে নিত।
সাজিবো দুগ্ধৰ পিণ্ড কৰি দিব্য ঘৃত ॥ ১৮৭৯০
পৰ্ব্বত সমান ভাৰে আনিবোহো খৰি।
তেৱে হৈবো অন্ন ব্যঞ্জনৰ অধিকাৰী ॥
অন্ন ব্যঞ্জনক মই পেট ভৰি খাইবো।
বিস্তৰ কালৰ খক তেৱে পাসৰিবো ॥ ১৮৭৯১
সিংহ বাঘ সমে যদি যুজাৱে আমাক।
তাহাক যুজিয়া তুষ্ট কৰাইবো ৰাজাক ॥
এহি কৰ্ম্ম দেখি দায়া কৰিবেক মোক।
যেন নৃপতিক দায়া কৰে সৰ্ব্বলোক ॥ ১৮৭৯২
ৰাজাৰ শত্ৰুক যদি যুজাৱয় মোক।
তেতিক্ষণে তাহাক পঠাইবো যমলোক ॥
কৌতুকে যুজয় নৃপতিৰ মন্ত্ৰী পাত্ৰ।
খলে নমাৰিবো যুদ্ধে জিনিবোহো মাত্ৰ ॥ ’৯৩
নৃপতিক কহিবো বল্লভ মোৰ নাম।
যুধিষ্ঠিৰে শিখাইলন্ত সুপকাৰ কাম ॥
এহিমতে থাকিবো বিৰাট নগৰত।
কোন কৰ্ম্ম কৰিবন্ত পুছা অৰ্জ্জুনত ॥ ১৮৭৯৪
অৰ্জ্জুনক লাগি ধৰ্ম্মে কৰিবন্ত শোক।
এহিৰূপে গুণে ভাই কৈত লুকায়োক ॥

খুণ্টিভাণ্ডে হাথীকোলে পাৰে লুকাইবাক।
কতনো ললাট বিধি দিলেক আমাক ॥১৮৭৯৫
সকলে আছয় মহেন্দ্ৰৰ যত গুণ।
মাধৱতো কৰি কিঞ্চিতেকো নাহি ন্যূন ॥
ৰুদ্ৰৰ লগত গণৈ ৰুদ্ৰৰ সমান।
আদিত্যৰ লগে গণৈ আদিত্যৰ থান ॥১৮৭৯৬
ত্ৰিদশৰ বৈৰী ইন্দ্ৰো নোৱাৰন্ত যাক।
একখান ৰথে চড়ি মাৰিলন্ত তাক ॥
অগ্নিক তুষিলা বন খাণ্ডৱ দহিলা।
ত্ৰিদশ সহিতে ইন্দ্ৰদেৱক জিনিলা ॥১৮৭৯৭
মহেন্দ্ৰৰ অৰ্দ্ধাসন পায়া বীৰবৰ।
দিব্য অস্ত্ৰ শিখিলন্ত পঞ্চম বৎসৰ ॥
তিনিলোক মাজত সমান নাহি যাৰ।
সিটো কৰ্ম্ম কৰিবাক নোৱাৰে পৰৰ ॥১৮৭৯৮
উলুপী ভগিনী সৰ্পৰাজ বাসুকীৰ।
নিজ বাহুবলে জিনিলেক মহাবীৰ ॥
শঙ্কৰতে সম বল পৰাক্ৰম যাৰ।
সিটো কেনমতে কৰ্ম্ম কৰিবে পৰৰ ॥১৮৭৯৯
দুয়ো হাতে ধনু ধৰি প্ৰহাৰন্ত শৰ।
বৃষভৰ কান্ধ যেন দুয়ো হাতে কৰ ॥
তাতে সব্যসাচী নাম খ্যাত ত্ৰিজগতে।
এহি হাত দেখি নিচিনিবে কেনমতে ॥১৮৮০০
দুই কৰ্ণ মানে কৰ ভৈল ধনুৰ্গুণ।
তাক দেখি কোনে নুবুলিবেক অৰ্জ্জুন ॥
আজানুলম্বিত বাহু কৰীকৰ সম।
চকোৰ নয়ন সিংহ সমান বিক্ৰম ॥১৮৮০১
ইন্দ্ৰে শিৰে ৰত্নময় কিৰীটি বান্ধিল।
সূৰ্য্য সম জ্বলে অঙ্গ সহিতে মিলিল ॥
ইয়ো কৰ্ম্ম অৰ্জ্জুনৰ খ্যাত পৃথিৱীত।
তাক দেখি লোকে নিচিনিবে কোন চিত্ৰ ॥'৮০২
অৰ্জ্জুন বদতি নৃপতিৰ মুখ চাই।
মোক লাগি ৰাজা কিঞ্চিতেকো শঙ্কা নাই ॥
প্ৰতিজ্ঞা সাফলি ধৰো নপুংসক বেশ।
শৰীৰৰ চিহ্ন তেৱে ঢাকিবো নিঃশেষ ॥১৮৮০৩
দুই মুষ্টি শাখা পিন্ধিবোহো দুই হাতে।
দুই হাতৰ চিহ্ন মানে লুকাইবেক তাতে ॥
কুণ্ডল পিন্ধিবো কৰ্ণে বাজে কণজুণ।
ধনুৰ গুণৰ কৰ বুলিবেক কোন ॥১৮৮০৪
কিৰীটি ঢাকিয়া কেশ বান্ধিবোহো বেণী।
অলঙ্কাৰ আছে বুলি নজানয় যেনি ॥
সুৰঙ্গ ৰঙ্গৰ বস্ত্ৰে আবৰিবো গাৱে।
থিয়বন্ধে নূপুৰ পিন্ধিবো দুই পাৱে ॥১৮৮০৫
নপুংসকে পঢ়ি ফুৰে নাৰী মুখে কথা।
নপুংসকবেশে মই ফুৰিবো সৰ্ব্বথা ॥
বিবাহ উৎসৱে সুমঙ্গল গীত গাইবো।
অন্তেসপুৰত আমি বৰ পূজা পাইবো ॥১৮৮০৬
পুছন্তে বিৰাটে মোক কহিবো কাহিনী।
বৃহন্নলা নামে দ্ৰৌপদীৰ সেৱকিনী ॥
নৃত্য-গীত শিখাবোহো ৰাজাৰ কন্যাক।
মন্ত্ৰী পাত্ৰ সমে তুষ্ট কৰাইবো ৰাজাক ॥১৮৮০৭
ছদ্মৰূপে থাকিবোহো বিৰাটৰ ঘৰে।
ভস্মৰ অনল যেন নিচিনিবে পৰে ॥
নৃপতিৰ আগত নকুলে কহে কথা।
আছোৱাৰ হুইবো মই নাহি অন্যৱথা ॥'৮০৮
ভাল মন্দ লক্ষণ ঘোঁৰাৰ যত যত।
ঘোঁৰাৰ চিকিৎসা গুণ আছয় সমস্ত ॥
ঘুঁৰীৰো যতেক গুণ সম বা বিসম।
ঘোঁৰাক দেখিলে জানো যাৰ যেন গম ॥১৮৮০৯
ৰথৰ যতেক ঘোঁৰা ৰাহুত যতেক।
সবাকো শিখাইবো মই প্ৰত্যেকে প্ৰত্যেক ॥
শিশু ঘোঁৰা শিশু ঘুঁৰী সুহিকয় দুষ্ট।
তাক দেখি বিৰাটৰ হৈব বৰ তুষ্ট ॥১৮৮১০
ৰাজা যেৱে সোধে তেৱে কহিবো আগত।
পাণ্ডৱৰ আছিলোহো গ্ৰন্থিক নামত ॥
সহদেৱ বোলন্ত শুনিয়ো মহীপাল।
বিৰাট ৰাজাৰ আমি হৈবোহো গোৱাল ॥'১১
গোষ্ঠক লাগিয়া তুমি পাখিলা সতত।
তাতে শিখি লওঁ গোৱালৰ গুণ যত ॥

গৰুৰ লক্ষণ যত মঙ্গল চৰিত।
গণিবাক পাৰো যোজনৰ দূৰ স্থিত ॥১৮৮১২
বৃষভৰ গুণ জানো পৃথিৱীত সাৰ।
যাৰ মূত্ৰগন্ধে ধেনু ধৰে গৰ্ভভাৰ ॥
যুধিষ্ঠিৰে থৈলে মোৰ তন্ত্ৰিপাল নাম।
নৃপতি পুছিলে কহিবোহো এহি কাম ॥১৮৮১৩
দ্ৰৌপদীক অনুশোচ কৰন্ত নৃপতি।
পাঞ্চালনন্দিনী যজ্ঞমধ্যে উতপতি ॥
পাণ্ডুৰ বোহাৰী পাঞ্চো ভাইৰ প্ৰিয় নাৰী।
সুদেষ্ণাক সেৱিবন্ত কোন কৰ্ম্ম কৰি ॥১৮৮১৪
মাতৃ সম প্ৰতিপাল কৰো দিনে দিনে।
ভগিনীৰ সম পূজা কৰো ভিনে ভিনে ॥
সুগন্ধ চন্দন মাল্য বসন ভূষণ।
আন কিছু নজানন্ত আতেসে যতন ॥১৮৮১৫
দ্ৰৌপদী বোলন্ত ৰাজা নকৰিবা শোক।
বিৰাট মহিষী পাইলে নেৰিবন্ত মোক ॥
সৈৰিন্ধ্ৰী স্বৰূপে থাকো নৃপতিৰ স্থানে।
অমান্য নকৰে তাক আপুনি প্ৰমাণে ॥১৮৮১৬
সৈৰিন্ধ্ৰী স্বভাৱে মহাদেৱৰ পাশে যাই।
আপুনাৰ কৰ্ম্ম কৰি মাগিবোহো ঠাই ॥
ফুল গাঠিবাক জানো পিসিবো চন্দন।
কেশ কঙ্কিয়াবে জানো পৰম শোভন ॥১৮৮১৭
পূৰ্ব্বত আছিলো দ্ৰৌপদীৰ সেৱকিনী।
প্ৰতিপাল বিস্তৰ কৰিলা এহি জানি ॥
আপুনাক আপুনিয়ে ৰাখিবা যতনে।
সেৱকিনী সেৱক থাকোহো এক থানে ॥'১৮
নৃপতি মাতিলা দ্ৰৌপদীৰ শুনি বাণী।
তুমি যেনে হৈবা তাক আমি আছো জানি ॥
পাপী দুৰ্য্যোধন সুখী নুহি যেন মত।
এহি কৰ্ম্ম কৰি থাকিবাহা সাৱহিত ॥১৮৮১৯
ধৌম্য পুৰোহিত তুমি পাঞ্চালক যাহা।
মোৰ অগ্নিহোত্ৰ তুমি ৰাখি থাকিবাহা ॥
দ্ৰৌপদীৰ সেৱকিনী যতেক সেৱক।
সূত সুপকাৰ সমে যাউক পাঞ্চালক ॥১৮৮২০

ইন্দ্ৰসেন মুখ্য কৰি ৰথৰ সাৰথি।
কুৰিখান ৰথ লৈয়া যাউক শীঘ্ৰগতি ॥
আঠাইশ হাজাঁৰ ব্ৰাহ্মণক মাতি আনি।
নমস্কাৰ কৰি ৰাজা বুলিলন্ত বাণী ॥১৮৮২১
হস্তিনাপুৰক লাগি যায়োক সকলে।
ধৃতৰাষ্ট্ৰে পুষিব থাকিবা অবিকলে ॥
যাত্ৰাৰ নিমিত্তে ৰাজা থণ্ডিল * পাতিল।
সুমঙ্গলে অগ্নি জ্বালি পূৰ্ণাহুতি দিল ॥১৮৮২২
দীপ ঘট পাতিলা যাত্ৰাৰ যত কৰ্ম্ম।
ধৌম্য শিক্ষা মানে কৰিলন্ত সেৱা ধৰ্ম্ম ॥
ধৌম্যৰ যতেক শিক্ষা ধৰিলা মনত।
নমস্কাৰ কৰিলা ধৌম্যৰ চৰণত ॥১৮৮২৩
জ্যেষ্ঠ অনুৰূপে নমিলন্ত ভিনে ভিন।
অগ্নিকো দ্বিজকো কৰিলন্ত প্ৰদক্ষিণ ॥
পাঞ্চো ভাই গৈল দ্ৰৌপদীক আগ কৰি।
ধৌম্য প্ৰতিমুখ্যে সবাহাঙ্কো পৰিহৰি ॥১৮৮২৪
যমুনাক গৈলন্ত সম্মুখে পাঞ্চো ভাই।
চক্ষু দেখিলেক মানে আছিলেক চাই ॥
চক্ষু যেৱে নেদেখৈ সেৱক সেৱকিনী।
ধৰণীত পৰিলন্ত হিয়ে মুঠি হানি ॥১৮৮২৫
হৰি হৰি ৰাজা ভীমসেন ধনঞ্জয়।
যৰঞ্জা কুমাৰ দুই মাদ্ৰীৰ তনয় ॥
আমাক এৰিয়া তুমি গৈলা কোন্ থান।
কোনে সেৱা কৰাইব কৰাইবে কোনে স্নান ॥'২৬
শয্যা পাৰি দিবে কোনে আসন বসন।
ধনু যোগাইবেক কোনে কৰাইবে ভোজন ॥
আপুনাৰ কৰ্ম্ম কেনে কৰিব আপুনি।
কেনমতে খাইবা আজি কৰঙ্গাৰ পানী ॥১৮৮২৭
হৰি হৰি যাজ্ঞসেনী পাঞ্চাল কুমাৰী।
কোন স্থানে গৈলাহা আমাক পৰিহৰি ॥
কাহাক কৰিবা সেৱা যাইবা কোন স্থানে।
তুমি ব্যতিৰেকে কেনে ৰহিবো পৰাণে ॥১৮৮২৮
দীৰ্ঘৰাৱে কান্দি বোলে ব্ৰাহ্মণ ব্ৰাহ্মণী।
আমাক ত্যাজিয়া গৈলা দ্ৰুপদনন্দিনী ॥

* থণ্ডিল ( স্থণ্ডিল ) = যজ্ঞৰ বেদী

কাহাত খুজিবো কোনে দিবে অন্নপান।
কৈক লাগি যাইবোহো থাকিবো কোন স্থান ॥ '২৯
দ্বিজগণ গৈল ধৃতৰাষ্ট্ৰৰ সমীপ।
সবাহাক্কো পুবিলন্ত ধৃতৰাষ্ট্ৰ নৃপ ॥
সেৱকিনী ভৃত্যগণ ধৌম্য পুৰোহিত।
দ্ৰুপদৰাজাৰ নগৰত ভৈলা থিত ॥ ১৮৮৩০
ইন্দ্ৰসেন প্ৰতিমুখ্যে কুৰিখান ৰথ।
শোকে দুখে চলি গৈল কৃষ্ণৰ ৰাজ্যত ॥
সবে বোলে পাণ্ডুপুত্ৰে এৰিলে আমাক।
কিনো বিপৰ্য্যয় শোক দিলা আমাসাক ॥১৮৮৩১

বিৰাট নগৰত অজ্ঞাতবাস

অনন্তৰে পাঞ্চো ভাই যমুনাতীৰত।
কৃষ্ণবৰ্ণ কৱচ পিন্ধিলা শৰীৰত ॥
শৰ ভৰি তূণ লৈলা পিঠিৰ উপৰে।
ডাবৰ খড়্গ ধনু লৈলা বাম কৰে ॥ ১৮৮৩২
খুন যে মলিন বস্ত্ৰে ঢাকি সৰ্ব্বগাৱ।
ডাঢ়ি দেখিলন্তে যেন বাঘৰ স্বভাৱ ॥
পূবক সম্মুখে চলিলন্ত পাঞ্চ বীৰ।
দ্ৰৌপদী সহিতে চলিলন্ত ধীৰে ধীৰ ॥ ১৮৮৩৩
পাঞ্চোভাই চলি যান্ত প্ৰেতৰ আকাৰ।
বিৱৰ্ণ বদন দুখ পাৱন্ত অপাৰ ॥
ঘামবৃষ্টি সহি হস্তী যেন চলি যান্ত।
যমুনাৰ তীৰে পুষ্কৰক চাহিলন্ত ॥ ১৮৮৩৪
দশাৰ্ণৰ উপৰে দেখিলে পাঞ্চালৰ।
মাজে গৈল শুক্ৰনেমি শূৰ যে সেনৰ ॥
ব্যাধ বুলি বুলি দেশ অনেক এৰাইলা।
অনন্তৰে বিৰাট ৰাজাৰ ৰাজ্য পাইলা ॥ ১৮৮৩৫
দ্ৰৌপদী বোলন্ত আজি বঞ্চিয়োক আতে।
বিশ্ৰাম কৰিয়া কালি চলিবো প্ৰভাতে ॥
অল্প অল্প পথক্ষেত্ৰ দেখোহো প্ৰচুৰ।
জানিলোহো মৎস্য নৃপতিৰ ৰাজ্য দূৰ ॥ ১৮৮৩৬
অৰ্জ্জুনক চাই ৰাজা বুলিলন্ত বাণী।
বোকা কৰি দ্ৰৌপদীক বহিয়ো আপুনি ॥
চলিবাক নোৱাৰন্ত দাৰুণ দুখত।
বন এৰি থাকো গৈয়া জনৰ মধ্যত ॥ ১৮৮৩৭
ৰাজাৰ বচনে ধনঞ্জয় মহাবলী।
দ্ৰৌপদীক তেখনে বোকাত লৈলা তুলি ॥
বন এৰি নগৰৰ সমীপক গৈলা।
দ্ৰৌপদীক তহিতে বোকাৰ নমাই থৈলা ॥ '৩৮
যুধিষ্ঠিৰে বোলন্ত শুনিয়ো ধনঞ্জয়।
ধনু শৰ কি কৰিবো কহিয়ো নিশ্চয় ॥
এহি কথাখানি লোকে মনত শঙ্কিব।
যত আলোচিলো মানে কিছু নিসিজিব ॥ '৩৯
বিশেষত তোমাৰ গাণ্ডীৱ ধনুৰাজ।
আক নিচিনন্তা নাই তিনিলোক মাজ ॥
ধনু দেখি তোমাক চিনিবে সাঙ্গেপাঙ্গে।
নুগুচিবে দুখ দুনাই পৰিবো বিপাঙ্গে ॥ ১৮৮৪০
অৰ্জ্জুনে বোলন্ত ৰাজা এৰিয়ো সংশয়।
দেখিয়ো শমীধ বৃক্ষ গগন লঙ্ঘয় ॥
মৰা গৰু মানুহ পেলাৱে সেহিথানে।
শ্মশান বুলিয়া আক নাসে একো জনে ॥ ১৮৮৪১
উঠিতে নপাৰে কেহো বৰ বৰ ডাল।
ডালৰ তলত নিতিতয় একো কাল ॥
এহি শুনি গৈলা সবে শমীধৰ তল।
গাৱৰ কাঢ়িলা সবে আয়ুধ সকল ॥ ১৮৮৪২
গুণ কাঢ়ি পাঞ্চো ধনু এৰি একখান।
পাঞ্চগোটা তূণ পূৰি আছে দিব্যবাণ ॥
পাঞ্চখান খাণ্ডা থৈলা ডাবে সমন্বিতে।
অস্ত্ৰ শস্ত্ৰ থৈলা মানে তাহাৰ মাজতে ॥ ১৮৮৪৩
গোচৰ্ম্মে বান্ধিয়া তাক ঢাকি আৱৰিল।
নকুলে প্ৰবন্ধ কৰি বৃক্ষত উঠিল ॥
দৃঢ় কৰি বান্ধিলন্ত ডালৰ কোটৰে।
বৃষ্টিত নিতিতৈতে হেন থৈলা আড়ম্বৰে ॥ ১৮৮৪৪
মৃতকৰ শৱ বুলি ডালে বান্ধি থৈলা।
বৃক্ষৰ নামিয়া শ্মশানৰ বাজ ভৈলা ॥
গৰু ৰখা ছাগ ৰখা যাক লাগ পান্ত।
শোকে দুখে সবাহান্তে কহি কহি যান্ত ॥ '৪৫

মৰিল আমাৰ মাতা আশী যে বৎসৰ।
ডালে নিয়া বান্ধি থৈলো শমীধ বৃক্ষৰ ॥
আমাৰ দেশৰ কুলধৰ্ম্ম এহি নয়।
হেন শুনি তোৰা যেন নুহিবি বিস্ময় ॥ ১৮৮৪৬
আমাৰ দেশৰ ধৰ্ম্ম যদি নৰ মৰে।
বৰিষেক বান্ধি থৱে বৃক্ষৰ উপৰে ॥
পাচে পুৰি ক্রিয়া কৰে প্রসিদ্ধি আছয়।
হেন জানি কেহো তাত নুহিবা বিস্ময় ॥ ১৮৮৪৭
পাচে নগৰীৰ সমীপক লাগি গৈলা।
পাঞ্চো ভাইৰ নাম পাচে গুপুত কৰিলা ॥
যুধিষ্ঠিৰ জয়ন্ত অজয় ভীমসেন।
বিজয় অৰ্জ্জুন নকুল যে জয়সেন ॥ ১৮৮৪৮
জয়দ্বল সহদেৱ এহি পাঞ্চ নাম।
দুৰ্গতিৰ বেলাত সাধিব ইষ্ট কাম ॥
নিশা গোট বঞ্চিলন্ত বাহিৰ গ্রামত।
নগৰক গৈলন্ত প্রভাত সময়ত ॥ ১৮৮৪৯
যেন ৰূপে আসিলন্ত এৰিলা সি বেশ।
আগজুৰা কৰি পাচে বান্ধিলন্ত কেশ ॥
শুক্ল পুষ্প তুলসী বান্ধিলা আগ কৰি।
সুদীৰ্ঘ তিলক শুক্ল ধুতি যে উত্তৰি ॥ ১৮৮৫০
পাশৰ টোপোলা খানি লৈলন্ত কাখত।
একুচি পচোৰা খানি পিন্ধি ওপৰত ॥
সভা পাতি মৎস্যৰাজা বসিয়া আছন্তে।
যুধিষ্ঠিৰ ৰাজাক দেখিলা প্রবেশন্তে ॥ ১৮৮৫১
নিচিনয় চন্দ্র সূৰ্য্য মেঘে যেন ঢাকে।
অগ্নিকো নিচিনে যেন ভস্ম মাজে থাকে ॥
তপ্ত সুৱৰ্ণৰ বৰ্ণ শৰীৰ জ্বলয়।
চন্দ্র সূৰ্য্য সমান জেউতি আতিশয় ॥ ১৮৮৫২
সবাহাতে মৎস্যৰাজা পুছয় সঙ্কেতে।
ই বিপ্রক দেখি আছা কোনেবা কহিতে ॥
নোহন্ত ব্রাহ্মণ এহি মানো মই মনে।
এহে সাৰ্ব্বভৌম ৰাজা কহয় লক্ষণে ॥ ১৮৮৫৩
ৰথ ধ্বজ ঘোটক নাহিকে ধনুৰ্ব্বাণ।
তথাপিতো জ্বলে এহে মহেন্দ্ৰ সমান ॥
এতেকতে যুধিষ্ঠিৰে পাইলন্ত সমীপ।
হাততুলি বোলন্ত কল্যাণ হৌক নৃপ ॥ ১৮৮৫৪
দৰিদ্ৰ ব্ৰাহ্মণ আসি আছো তযু থান।
পালিবাহা মোক নকৰিবা অৱমান ॥
এহি শুনি মৎস্য ৰাজা ভৈলা ৰঙ্গমন।
সকলে কৰিবো হেন তোমাৰ বচন ॥ ১৮৮৫৫
পাদ্য অৰ্ঘ আচমনি আসন দিলন্ত।
পাচে মৎস্যৰাজা হাস্য কৰি পুছিলন্ত ॥
গোত্ৰ নাম কহিয়ো আছিলা কাৰ থান।
কিবা কৰ্ম্ম কৰিবাক জানা বিদ্যমান ॥ ১৮৮৫৬
যুধিষ্ঠিৰে কহিলন্ত মৎস্যৰ আগত।
কঙ্ক হেন নাম মোৰ খ্যাত জগতত ॥
শ্ৰুতিৰ ব্ৰাহ্মণ মোৰ গোত্ৰ বৈয়াঘ্ৰপদ্য।
যুধিষ্ঠিৰ ৰাজাৰ আছিলো সভাসদ ॥ ১৮৮৫৭
সাজিবাক জানোহো বিচিত্ৰ পাশবল।
পাশ খেলিবাত আমি বৰহি কুশল ॥
বিৰাটে বোলন্ত আজি মোৰ বৰ ভাগ।
উত্তম পাশাল বহুকালে পাইলো লাগ ॥ ১৮৮৫৮
পাশ খেলি সেৱিবাহা নেদেখোহো যোগ।
মোৰ প্ৰিয় সখা হোৱা ভুঞ্জা সুখভোগ ॥
তোমাকেসে সেৱিবেক তোমাৰ লগৰী।
মই সবান্ধৱে থাকিবোহো সেৱা কৰি ॥ ১৮৮৫৯
যুধিষ্ঠিৰে বোলন্ত ৰাজাৰ জয় হোক।
এক বৰ দিবা লোকে নিনিন্দয় মোক ॥
আৰো বৰ দিয়া পাশা খেলিবাৰ ধন।
কালিয়ন নকৰিবা দিবা তেতিক্ষণ ॥ ১৮৮৬০
সমাজক শুনাই ৰাজা বুলিল বচন।
কঙ্কৰ বিপ্ৰিয় কৰ্ম্ম কৰে যিবাজন ॥
ব্ৰাহ্মণকো নিকালিবো আনক কাটিবো।
যাৰ বাহুবল হুই তাকো সবে দিবো ॥ ১৮৮৬১
বাহিৰৰ ভিতৰৰ দিবো অধিকাৰ।
একোথানে নধৰিবো তোমাৰ দুৱাৰ ॥
পাচে সুপকাৰ ৰূপ ধৰি বৃকোদৰ।
সন্নাহ কৱচ ধৰিলন্ত বাম কৰ ॥ ১৮৮৬২

মাছকটা খাণ্ডাখান ডাহিন হাতত।
কৃষ্ণবৰ্ণ বসন পিন্ধিলা শৰীৰত॥
ধীৰ ধীৰ কৰি ৰাজসমাজক যান্তে।
বিৰাট নৃপতি দেখিলন্ত প্ৰবেশন্তে॥ ১৮৮৬৩
সকল সমাজে দেখি কৰে কাণাকাণি।
বিহ্বল স্বভাৱে ৰাজা বুলিলন্ত বাণী॥
কোনগোট আসে হেৰা আতি ৰূপৱন্ত।
যেন তমো ভেদি সূৰ্য্য দহিয়া আসন্ত॥ ১৮৮৬৪
কিবা গন্ধৰ্ব্বৰ ৰাজা কিবা পুৰন্দৰ।
শৰীৰ জ্বলয় যেন গিৰি সমসৰ॥
সিংহৰ সমান কন্ধ নিচিনয় আঙ্ক।
সমাজে পশিয়া যোনো লগাৱয় চাঙ্ক॥ ১৮৮৬৫
মনে মনে বোলে আৰ নুবুজিলো চিত্ত।
সকালে দিয়োক বীৰে যত খোজে বিত্ত॥
তেখনে লৰৰি গৈলা ভীমৰ সমীপ।
ৰাজাৰ বচনে সবে বুলিলা ভীমক॥ ১৮৮৬৬
কোন বস্তু খোজা তুমি শীঘ্ৰে কহিয়োক।
সমস্ত দিবোহো তাক লৈয়া চলিয়োক॥
তাসম্বাক কিঞ্চিতেকো নেদিয়া উত্তৰ।
নৃপতিক লাগিয়া বুলিলা বৃকোদৰ॥ ১৮৮৬৭
জানিয়ো নৃপতি মই ভাল সুপকাৰ।
পুষিবাহা ৰাজা ভৈলো সেৱক তোমাৰ॥
ৰাজা বোলে সেৱক বুলিবো কেনমতে।
তুমি সুপকাৰ হেন শুৰুচে মনতে॥ ১৮৮৬৮
তব ৰূপ গুণ কান্তি বচনে গমনে।
ছলে ইন্দ্ৰ আসি আছা হেন মানো মনে॥
ভীমেয়ো বোলন্ত জয় হৌক যে নৃপতি।
পাণ্ডৱক জানা কিবা নাজানা সম্প্ৰতি॥ ১৮৮৬৯
তাহান ঘৰত থাকি ৰান্ধিলোহো অন্ন।
দুগ্ধ আৱটিলো আৰো ৰান্ধিলো ব্যঞ্জন॥
নামত বল্লভ মল্লযুদ্ধত কুশলি।
খুজি লুৰি নাহি পাওঁ মোৰ সমবলী॥ ১৮৮৭০
সিংহ বাঘ গজ সমে কৰিবো প্ৰহাৰ।
ৰান্ধিবো অন্নক থাকিবোহো তব ঘৰ॥
বিৰাটে বোলয় মোৰ হোৱা সুপকাৰ।
ৰন্ধনশালাৰ তুমি হৈবা অধিকাৰ॥ ১৮৮৭১
মইতো জানোহো তব যোগ্য নোহে কাজ।
তুমি ৰাজা যোগ্য চাৰি সাগৰৰ মাজ॥
বৰ পাইয়া ভীমসেন বৰ ৰঙ্গে গৈলা।
বিৰাট ৰাজাৰ আতিশয় প্ৰিয় ভৈলা॥ ১৮৮৭২
অজ্ঞাতে ৰহিল ভীম নজানিল আনে।
অনন্তৰে শুনিয়োক পাঞ্চালী পয়াণে॥
খুন যে মলিন বস্ত্ৰ পিন্ধি একখানি।
সবে কেশ বান্ধিলন্ত একগোটা বেণী॥ ১৮৮৭৩
দক্ষিণ কন্ধৰ মাজে হস্তক যে থৈলা।
ধীৰে ধীৰে নগৰীক লাগি চলি গৈলা॥
সৈৰিন্ধ্ৰী স্বৰূপে চলি যান্ত একাকিনী।
সচকিতে চাহে যেন বনৰ হৰিণী॥ ১৮৮৭৪
ভাল ৰূপ দেখি নগৰৰ নৰনাৰী।
আগুৰে পাছুৰে যাই তাহাঙ্ক আৱৰি॥
কেহো উপহাস্যে পুছে কেহো মনে মানে।
কৈৰ হন্তে আসিলাহা যাহা কোন স্থানে॥ ’৭৫
কাহাৰ বোহাৰী তুমি কাহাৰ জীয়াৰী।
তোমাৰ সমান ৰূপ নতু দেখো নাৰী॥
উত্তৰ নেদন্ত তবু দুনাই দুনাই পুছে।
জুমা জুমে নৰনাৰী লগৰ সুগুচে॥ ১৮৮৭৬
চক্ষুৰ লোতক ৰাখিলন্ত যত্ন কৰি।
উত্তৰ দিলন্ত পাচে লজ্জা পৰিহৰি॥
আমি দুখিনীৰ কেনে পুছহ কাহিনী।
যেয়ে অন্নবস্ত্ৰ দেই ফুৰো তাকে জানি॥ ১৮৮৭৭
কিছুয়ে নাজানো আনো নানা কৰ্ম্ম মানে।
তাকে শিল্পীকৰ্ম্ম কৰো জানো যত মানে॥
সেহি ৰূপ দেখি শুনি মধুৰ বচন।
এহে দাসী হেন নাজানিল একোজন॥ ১৮৮৭৮
শৰীৰৰ ৰূপে যাৰ নগৰী প্ৰকাশে।
তেহে কি আসিল ভাত কাপোৰৰ আশে॥
বিৰাটমহিষী চড়ি আছয় মঞ্চত।
দ্ৰৌপদীক দেখিল বাহিৰ দুৱাৰত॥ ১৮৮৭৯

অতি ৰূপৱতী একখানি বস্ত্ৰ গাৱে।
অধোমুখে চলি আসে গম্ভীৰ স্বভাৱে ॥
দূত পঠাই মতাই নিল আপোনাৰ থানে।
দ্ৰৌপদীত পুছিলন্ত মধুৰ বচনে ॥ ১৮৮৮০
কোথাহন্তে আসি আছা কিবা তব নাম।
মোহোৰ ৰাজ্যক আসি আছা কোন কাম ॥
দ্ৰৌপদী বোলন্ত শুনা ৰাজপটেশ্বৰী।
সৈৰিন্ধ্ৰী আসিয়া আছো তোমাৰ নগৰী ॥ ’৮১
যেই অন্ন বস্ত্ৰ দেই থাকো তা’ৰ থানে।
তাৰ শিল্পী কৰ্ম্ম কৰো জানো যত মানে ॥
বিৰাটমহিষী হাসি হাসি বোলে বাণী।
কাণে নোসোমাই মাৰ তোহোৰ কাহিনী ॥ ’৮২
ত্ৰৈলোক্যমোহিনী ৰূপ তুমি বোলা দাসী।
নুহিকয় দাসী এক ৰাজাৰ মহিষী ॥
হাতৰ ভৰিৰ গাম্হি একোৱে নমনি।
উৰুযুগ যৰঞ্জ কোমল বুলি জানি ॥ ১৮৮৮৩
বৰ্ত্তুল কোমল ঘন পীন স্তনভাৰ।
শোভন কুন্তল গুৰু নিতম্ব তোমাৰ ॥
ওঠ যে অধৰ তোৰ যেন বিম্বফল।
পূৰ্ণচন্দ্ৰ সম শোভে বদন মণ্ডল ॥ ১৮৮৮৪
কম্বুগ্ৰীৱ কণ্ঠ শিৰ মধ্য কৃশ তনু।
মনে গুণো বতাসতে ভাগি পৰে যোনো ॥
বত্ৰিশ লক্ষণ দেখো আছে তোৰ গাৱে।
তিনি ঠাই গভীৰ উন্নত ছয় ঠাৱে ॥ ১৮৮৮৫
চাৰিথান হ্ৰস্ব সাতথান যে কোমল।
চাৰিথান দীৰ্ঘ তিনিথানত বহল ॥
পাঞ্চথান ৰক্তদেহা লক্ষণ সুচান্দ।
উৎপল সমান তোৰ শৰীৰৰ গন্ধ ॥ ১৮৮৮৬
নীল উৎপলৰ সম আয়ত লোচন।
ৰাজহংস সম যেন মধুৰ গমন ॥
পদ্মবন এৰি কিবা লক্ষ্মী আসি আছা।
নোহা সেৱকিনী মাৰ নোবোলস মিছা ॥ ১৮৮৮৭
দানৱৰ নাৰী কিম্বা যক্ষৰ সুন্দৰী।
গন্ধৰ্ব্বৰ নাৰী কিম্বা তুমি অপেস্বৰী ॥
আদিত্যৰ ছায়া কিম্বা চন্দ্ৰৰ ৰোহিণী।
ব্ৰহ্মাৰ সাবিত্ৰী কিম্বা কৃষ্ণৰ ৰুক্মিণী ॥ ১৮৮৮৮
বৰুণৰ সত্যৱতী হৰৰ পাৰ্ব্বতী।
কুবেৰৰ ভদ্ৰা বশিষ্ঠৰ অৰুন্ধতী ॥
তাৰা যেন পৰি আছে স্বৰ্গহন্তে খসি।
আছোক বুলিবো দাসী নোবোলো মানুষী ॥ ’৮৯
দ্ৰৌপদী বোলন্ত শুনা ৰাজ পটেশ্বৰী।
যতেক বুলিলা নোহো কাহাৰো সুন্দৰী ॥
সৈৰিন্ধ্ৰী স্বৰূপে সেৱা কৰোহো পৰত।
সত্য কথা কহিবোহো তোমাৰ আগত ॥ ১৮৮৯০
কৃষ্ণৰ কামিনী সত্যভামা বুলি যাক।
তাহাঙ্ক সেৱিলো তেহে জানন্ত আমাক ॥
পাঞ্চ পাণ্ডৱৰ ভাৰ্য্যা দ্ৰৌপদী সুন্দৰী।
বহুকাল তাহাঙ্ক আছিলো সেৱা কৰি ॥ ১৮৮৯১
যত কাল মোক অন্ন বস্ত্ৰ দেই ভাল।
তাঙ্ক সেৱা কৰিয়া থাকিবো চিৰকাল ॥
চন্দন পিষিতে জানো কঙ্কিয়াইবো কেশ।
পঞ্চবৰ্ণমালা মই গান্থিবো বিশেষ ॥ ১৮৮৯২
দ্ৰৌপদী মালিনী নাম থৈলন্তে আপুনে।
সেই আইক হৰুৱাই আইলো তব থানে ॥
উচ্ছিষ্ট নিদিবা মোক নুধুৱাইবো পাৱ।
পৰৰ ঘৰক লাগি নপঠাইবা মাৰ ॥ ১৮৮৯৩
সুদেষ্ণা বদতি দ্ৰৌপদীৰ মুখ চাই।
মুণ্ডত কৰিয়া মাৰ তোক দিবো ঠাই ॥
উচ্ছিষ্ট নখাইবা তুমি নুধুৱাইবা ভৰি।
পৰথানে নপঠাইবো অধিকাৰী কৰি ॥ ১৮৮৯৪
কিন্তু এহিৰূপে যেৱে থাক মোৰ ঘৰে।
দিনে দিনে তোমাক দেখিবে নৰেশ্বৰে ॥
ৰূপ দেখি ভোল হুয়া পাতিবে মহিষী।
পাচে যেন হওঁ আমি তোমাৰেসে দাসী ॥ ’৯৫
মোক বেঢ়ি আছয় যতেক তিৰীলোক।
ৰূপ দেখি উৰ্দ্ধমুখে চাহি আছে তোক ॥
তিৰী ভোল ভৈল দেখি ৰূপ সুললিত।
ই কি ৰূপ দেখিয়া পুৰুষে ধৰে চিত ॥ ১৮৮৯৬

নোহয় আৰামে আছে যত তৰুবৰ।
চম্পক কেতকী মালী যুতী নাগেশ্বৰ ॥
ৰূপ দেখি নম্রভাৱে আছে সচকিত।
ইকি ৰূপ দেখিয়া পুৰুষে ধৰে চিত ॥ ১৮৮৯৭
দেখিলন্ত পাণ্ডৱৰ যজ্ঞৰ কালত।
লক্ষেক ৰাজাৰ পত্নী আসিল লগত ॥
বদন জ্বলয় যেন চন্দ্ৰৰ মণ্ডল।
শাৰী শাৰী হুয়া যেন ফুলিল কমল ॥ ১৮৮৯৮
তাসম্বাৰ ৰূপ দেখি থাকি থাকি চাই।
ৰূপ দেখি সূৰ্য্যো ৰথ বাঢ়িয়া নযায় ॥
প্ৰত্যেকত কৰি প্ৰত্যেকৰ তেজবলে।
তাসম্বাত কৰিয়া তোৰেসে ৰূপ জ্বলে ॥ ১৮৮৯৯
সত্যভামা প্ৰমুখ্যে কৃষ্ণৰ যত নাৰী।
তাসম্বাৰ গুণনাম বৰ্ণাইতে নপাৰি ॥
কৃষ্ণৰ পত্নীৰ কথা কহিবোহো কিক।
তাসম্বাৰ সহিত তুমি মুহিবা অধিক ॥ ১৮৯০০
সবাতো অধিক ৰূপে পাঞ্চালনন্দিনী।
কমলবদনী সুশোভনী মধ্যক্ষীণী ॥
নক্ষত্ৰৰ মাজে যেন জ্বলে চন্দ্ৰকলা।
তেহো নোহে তবোধিক সুকুমাৰী বালা ॥ '৯০১
যেনে মূঢ় নৰে মধুলোভে উঠে গাছে।
মধুকো নপাৰৈ পৰি আসি মৰে পাছে ॥
শিল্পীকৰ্ম্ম আশে মই বাসা দিবো তোক।
বাসা পাইয়া মাত্ৰ যোনো উছাদস মোক ॥১৮৯০২
তোমাৰ কটাক্ষ দৃষ্টি পৰে যাৰ গাৱে।
কামশৰে থাকিবেক বিহ্বল স্বভাৱে ॥
নৃপতি তোমাক দেখিবেক নিতে নিত।
স্বতন্ত্ৰ নৃপতি কেনে ধৰিবন্ত চিত ॥ ১৮৯০৩
পুত্ৰক আশায়ে গৰ্ভ ধৰন্ত কাঙ্কৰী।
সেই পুত্ৰে খুলি খাই কাঙ্কৰী যাই মৰি ॥
তোক বাসা দিবো যেবে নভাগে বসতি।
দেবী বোলে লজ্জিবাক কাহাৰ শকতি ॥ ১৮৯০৪
পাঞ্চোটা গন্ধৰ্ব্ব মোৰ পতি বলৱন্ত।
অদৃশ্যস্বৰূপে মোক সততে ৰাখন্ত ॥

কাকুশ্য বচনে যেবে যাচৈ বহু বিত্ত।
জানিবা তথাপি মোৰ নচলয় চিত্ত ॥ ১৮৯০৫
যদি মূঢ়ে লোভে-মোহে পৰশয় মোক।
সেহিক্ষণে সিয়ো দেখিবেক পৰলোক ॥
সাগৰো শুখাই যদি মেৰুগিৰি লৰে।
চন্দ্ৰসূৰ্য্য খসি আসি পৃথিবীত পৰে ॥ ১৮৯০৬
পৃথিবী উলটে বহ্নি হোৱয় শীতল।
তথাপি মোহোৰ চিত্ত নুহিব চঞ্চল ॥
মোৰ পাঞ্চপতি পাঞ্চ গন্ধৰ্ব্বকুমাৰ।
প্ৰস্তাৱত তোমাক কৰিবে উপকাৰ ॥ ১৮৯০৭
সুদেষ্ণা বোলন্ত তেবে থাকা মোৰ ঘৰ।
স্থান পায়া দ্ৰৌপদী বঞ্চিলা সাম্বৎসৰ ॥
অনন্তৰে সহদেৱে গোপৰূপ ধৰি।
হাতে গোৱালৰ ডাঙ্গ পশিলা নগৰী ॥ ১৮৯০৮
বিৰাটৰ ৰথা গাই আছে যি থানত।
ৰহিলন্ত সহদেৱ তাৰ সমীপত ॥
দূৰতে নৃপতি সহদেৱক দেখিল।
আথেবেথে ৰাজা দুৱৰীক আদেশিল ॥ ১৮৯০৯
আমাৰ সদৃশ এক ৰূপক বিশেষ।
মোৰ সমীপত আৰে কৰায়ো প্ৰবেশ ॥
দুৱৰী লৰৰ দিয়া গৈল আথেবেথে।
তেতিক্ষণে প্ৰবেশ কৰাইলা সমাজতে ॥ ১৮৯১০
নৃপতি পুছিলা বাপু তোৰ কোন নাম।
কোন কৰ্ম্ম কৰহ তোমাৰ কোন গ্ৰাম ॥
সহদেৱে বোলন্ত শুনিয়ো মহীপাল।
যুধিষ্ঠিৰ নৃপতিৰ আছিলো গোৱাল ॥ ১৮৯১১
আঠ লক্ষ ধেনু আৰো চল্লিশ হাজাৰ।
একেবৰ্ণে আছিলেক পাণ্ডৱ ৰাজাৰ ॥
সেহি গৰু ৰাখিলেক যতেক গোৱালে।
তাৰ অধিকাৰী হুয়া আছিলোহো পালে ॥১৮৯১২
যত প্ৰহৰৰ ঠাই যত গৰু থিত।
তাৰ গুণাগুণ মোৰ নাহি অবিদিত ॥
যি বৃষৰ মূত্ৰগন্ধে বন্ধ্যা হোৱে জাত।
সিয়ো বৃষভক চিনো দৰশন মাত্ৰে ॥ ১৮৯১৩

নৃপতি বোলন্ত তুমি ব্ৰাহ্মণকুমাৰ।
ৰাজাৰ পুত্ৰৰ সম লক্ষণ তোমাৰ ॥
গোৱাল বুলিতে মোৰ নধৰয় চিত।
তুমি বোলা ইও কৰ্ম্ম তোমাৰ উচিত ॥ ১৮৯১৪
আমিও কৰিলো তোক গোৱালৰ মুখ্য।
প্ৰথম বৰ্ণৰ ধেনু আছে একলক্ষ ॥
সিয়ো ধেনু দিলো মই তোমাৰ হাতত।
সুখ ভোগ ভুঞ্জি থাকা মোহোৰ ৰাজ্যত ॥ ১৮৯১৫
ইন্দ্ৰপ্ৰস্থে যেন সুখে আছিলা আপুনে।
তেন সুখ ভুঞ্জিয়া থাকিও মোৰ স্থানে ॥
হেন শুনি সহদেৱ ভৈলা ৰঙ্গমন।
বিৰাটক সেৱিয়া থাকিলা সেহি থান ॥ ১৮৯১৬
সহদেৱ বিৰাট ৰাজাত পাইলা বৰ।
কেহো নিচিনিলা থাকিলাহা বীৰবৰ ॥
অৰ্জ্জুনে ধৰিলা পাচে নপুংসকবেশ।
দিব্যৰূপ ছন কৰি ভৈলন্ত প্ৰবেশ ॥ ১৮৯১৭
বাহু ঢাকি পিন্ধিলন্ত শাখা দুই মুঠি।
আগ গুৰি পিন্ধিলন্ত সোণাৰ আঙ্গুঠি ॥
ৰুণঝুণ কৰি বাজে কুণ্ডল পিন্ধিল।
সুদীৰ্ঘ প্ৰচুৰ কেশে ছিৰলী বান্ধিল ॥ ১৮৯১৮
চেৰকী ঊৰ্দ্ধক কৰি বান্ধিলন্ত খোপা।
চতুৰ্ভিতি বান্ধিলন্ত ৰঙ্গ-পাত ঝোপা ॥
ৰঙ্গাল দুখানি বস্ত্ৰ পিন্ধিলা গাৰত।
সুবৰ্ণৰ মেখলা বান্ধিলা কঙ্কালত ॥ ১৮৯১৯
নূপুৰ যুগল শোভা কৰয় চৰণ।
চলি যায় বীৰ যেন প্ৰমত্ত বাৰণ ॥
পদে পদে ভূমি কম্পি কম্পি লৰে ঠাই।
সভা পাই ৰহিলন্ত নৃপতিক চাই ॥ ১৮৯২০
বিৰাট নৃপতি দেখি গুণে মনে মনে।
এনেৰূপে মনুষ্য নাহিকে ত্ৰিভুৱনে ॥
সিংহবন্ধ কটি স্কন্ধ পুৰুষ আকাৰ।
পিন্ধি আছে গাৱত তিৰীৰ অলঙ্কাৰ ॥ ১৮৯২১
সমাজত পুছিলন্ত কোনে দেখি আছা।
কমন দেশৰ এহে কহিয়োক সাঞ্চা ॥
নাহি দেখো বুলিলেক সকল সমাজে।
বিস্ময় স্বভাৱে বুলিলেক মৎস্যৰাজে ॥ ১৮৯২২
সত্যগুণে সম্পূৰ্ণ পুৰুষ মনোৰম।
শ্যামল সুন্দৰ গাৱ মত্তগজ সম ॥
শঙ্খ যে বলয়া বেণী বসন কুণ্ডল।
আৱলি আপচু কৰি এৰিয়ো সকল ॥ ১৮৯২৩
ৰত্নৰ মুকুট সমে বান্ধিয়োক কেশ।
বিচিত্ৰ বসন পিন্ধা কৱচ বিশেষ ॥
বৃদ্ধ ভৈলো সুখভোগ নলাগে আমাক।
মোৰ নগৰীক পালি সুখে থাকিয়োক ॥ ১৮৯২৪
অৰ্জ্জুনে বোলন্ত নৃপতিৰ জয় হোক।
ৰূপৰ কাহিনী কন্তে বাঢ়ি যাই শোক ॥
গুৱামালী নুফুলে কি নুফুলে মন্দাৰ।
নোহো নাৰী পুৰুষ লক্ষণ ৰূপে ভাৰ ॥ ১৮৯২৫
পিতৃ মাতৃ নাই মই বৰ নিমাখিতী।
তোমাৰ থানক লাগি আসিলো সম্প্ৰতি ॥
নৃত্যত গীতত আমি বৰহি কুশলা।
নৃত্যৰ লক্ষণ জানো নাম বৃহন্নলা ॥ ১৮৯২৬
তোমাৰ দুহিতা আছে উত্তৰা কুমাৰী।
নৃত্য-গীত তাহাঙ্ক শিখাইবো ভাল কৰি ॥
ৰাজাৰ অন্তেষপুৰে নাচো সৰ্ব্বকাল।
পুত্ৰ বা জীয় বা বুলি কৰা প্ৰতিপাল ॥ ১৮৯২৭
বিৰাটে বোলন্ত মোৰ শিখায়ো কুমাৰী।
তাৰা সখীগণকে শিখায়ো ভাল কৰি ॥
তোমাক কৰাইবো কৰ্ম্ম সুৰুচয় চিত।
সাগৰ সীমায়ে তব ৰাজ্যক উচিত ॥ ১৮৯২৮
ৰাজা আদেশিলা ধনঞ্জয়ো গাত গাইল।
নাচন দেখাইলা বহুবিধ বাদ্য বাইল ॥
বাদ্যৰ কোলাহলে বহুবিধ নৃত্যগীতে।
নোহন্ত পুৰুষ যেন জানিলন্ত চিতে ॥ ১৮৯২৯
তেৱে পঠাইলন্ত ৰাজা অন্তেষপুৰক।
অৰ্জ্জুনতে সমৰ্পিল কুমাৰীগণক ॥
নৃত্যগীত শিখাইবাক তথাতে থাকন্ত।
মাতৃৰ গৰ্ভত যেন দুনাই পশিলন্ত ॥ ১৮৯৩০

উত্তৰাক আদি কৰি যত কন্যাগণ।
নিতে নিতে পূজে ধনঞ্জয়ৰ চৰণ ॥
একোজনে নিচিনিল আছিলা তহিতে।
দ্ৰৌপদী অৰ্জ্জুন ভীম তিনি সমন্বিতে ॥ ১৮৯৩১
অনন্তৰে নকুলে চাবুক ধৰি হাতে।
অশ্ববন্ধৰূপ ধৰি প্ৰবেশ সভাতে ॥
শাৰী শাৰী ঘোঁৰা আছে ৰাজাৰ আগতে।
তাকে চাই ৰহিলন্ত ঘোঁৰা ওচৰতে ॥ ১৮৯৩২
ঘোঁৰাৰ ওচৰে ৰাজা নকুলক দেখি।
সমাজত পুছিলন্ত খানিকো নাপেক্ষি ॥
এগোটা সুন্দৰ নৰে চাহি ফুৰে হয়।
এহি হয় জ্ঞান জানৈ কহিলো নিশ্চয় ॥ ১৮৯৩৩
একেশ্বৰে আসি আছে আন নাই সঙ্গে।
যেন পুষ্প বলে লৈয়া আসিল অনঙ্গে ॥
শীঘ্ৰে ডাকি আনো আতে পুছোহো আপুনে।
কোথেৰ পুৰুষ,ইটো আইল মোৰ থানে ॥ '৩৪
ৰাজাৰ আদেশে বীৰে সমীপ চাপিল।
জয় হোক বুলি নৃপতিক আশংসিল ॥
নকুলে বোলন্ত জয় হোক নৰপতি।
পাণ্ডৱক জানা তুমি নাজানা সম্প্ৰতি ॥ ১৮৯৩৫
তেহো দিয়া আছন্ত ঘোঁৰাৰ কৰ্ম্ম যত।
ঘোঁৰাৰ চিকিৎসা গুণ জানোহো সমস্ত ॥
ঘোঁৰাৰ যতেক গুণ সম্বৰিয়া মন।
ঘোঁৰাক দেখিলে জানো যাৰ যেন মন ॥ ১৮৯৩৬
ৰথৰ যতেক ঘোঁৰা ৰাহুত যতেক।
সবাকো শিখাইবো মই প্ৰত্যেক প্ৰত্যেক ॥
আৰো একবাক্যে বোলো শুনা নৃপবৰ।
যেন ঠান হৰে হয়চয় প্ৰত্যুত্তৰ ॥ ১৮৯৩৭
অন্যত্ৰ মনুষ্যে আৰ নজানয় ৰোগ।
যেন ঠান হয় কহিবাক লাগে ভোগ ॥
যাহাৰ প্ৰসাদে দুষ্ট নোহে শিশু ঘোৰ।
নিচিনব বৃদ্ধকো বেগৰো নাহি যোৰ ॥ ১৮৯৩৮
সবে হয়গুণ জানো কহিবোহো কিক।
সকলে চিকিৎসা জানো নামত গ্ৰন্থিক ॥
বিৰাটে বোলন্ত মোৰ যতেক বাহন।
ঘোঁৰা ৰক্ষা আছয় যতেক গুণগণ ॥ ১৮৯৩৯
আজি হন্তে সবাতো কৰিয়া অধিকাৰ।
যেৱে জানা এহি কৰ্ম্ম উচিত তোমাৰ ॥
যেতিক্ষণে তোমাসাক দেখিলো নয়নে।
ৰাজা যুধিষ্ঠিৰক দেখিলো মানো মনে ॥ ১৮৯৪০
হৰি হৰি যুধিষ্ঠিৰ কৈক লাগি গৈলা।
ইহেন সেৱকে কেনে নগৰ এৰিলা ॥
সমাজত চায়া থাকে তব ভৃত্যগণ।
সেৱকক এৰি কেনে সুখে আছা বন ॥ ১৮৯৪১
জানিবা মোহোৰ ৰাজ্য পাণ্ডৱৰ ৰাজ।
অচিন্তে থাকিয়ো বাপু আমাৰ সমাজ ॥
এহিৰূপে পাঞ্চোভাই বিৰাট নগৰে।
সুখে আছিলন্ত নিচিনিল একো নৰে ॥ ১৮৯৪২
দ্ৰৌপদীয়ো যত্ন কৰি সুদেষ্ণাক সেৱে।
পাণ্ডৱৰ পত্নী বুলি নিচিনিল কেৱে ॥
পাশা খেলি যুধিষ্ঠিৰে যত ধন পান্ত।
চাৰি ভাইক কিছু কিছু কৰি বাটি দেন্ত ॥ '৪৩
নচায়া গৰায়া ধনঞ্জয়ে পান্ত বিত।
সবাহাঙ্কো যোগাৱন্ত কিঞ্চিত কিঞ্চিত ॥
ৰান্ধিবাৰ মৎস্য মাংস যতেক আগলে।
চাৰি ভাইক দেন্ত ভীমে বিকিবাৰ চলে ॥ '৪৪
ঘোঁৰা ভাল দেখিয়া প্ৰসাদ দেই নৃপে।
নকুলেও বণ্টা কৰি দেই সেই চিপে ॥
সহদেৱে দধিক যে বিকিয়া ফুৰন্ত।
চাৰি ভাইক যোগাৱন্ত কেহো নজানন্ত ॥ ১৮৯৪৫
পাঞ্চোভাইৰ দুখ দেখি দ্ৰুপদনন্দিনী।
সুখে দুখে আছিলন্ত কাল গুণি গুণি ॥
দুৰ্য্যোধন পাপিষ্ঠক ভয়ে পাঞ্চো ভাই।
মাৰৰ গৰ্ভত যেন পশিল দুনাই ॥ ১৮৯৪৬
আপুনাৰ দুখক সবাৰো গাৱে সহে।
পাঞ্চালীৰ দুখে সবাহাৰে তনু দহে ॥
অজ্ঞাত কালৰ যেৱে মাস চাৰি গৈল।
মৎস্যৰাজ্যে ব্ৰাহ্মণৰ মহোৎসৱ ভৈল ॥ ১৮৯৪৭

নৰ নাৰীগণ অলঙ্কাৰে সুমণ্ডিত।
পতাকা তোৰণ ধ্বজে দ্বাৰ সুশোভিত ॥
ব্ৰাহ্মণগণক ৰাজা কৰাইলা ভোজন।
দক্ষিণা দিলন্ত বস্ত্ৰ সুৱৰ্ণ কঙ্কণ ॥ ১৮৯৪৮

ভীমৰ দ্বাৰা জীমূতাদি মাল বধ

সেহি সময়ত বৰ আনন্দ মিলিল।
বহুদেশ হন্তে মালগণ প্ৰৱেশিল ॥
মহাবলৱন্ত কালকুঞ্জ দৈত্য সম।
সিংহবন্ধ কটি স্কন্ধ ৰূপ নিৰুপম ॥ ১৮৯৪৯
ৰাজসমাজতে জিনি আছে বাৰম্বাৰ।
সবাকো দিলন্ত ৰাজা বস্ত্ৰ অলঙ্কাৰ ॥
তাসম্বাৰ মাজত জীমূত মহামাল।
বাহু ডাম্ফ মাৰি ফুৰে যেন যমকাল ॥ ১৮৯৫০
সম্বোধিয়া বোলে কোন মালে মাৰে মোক।
যেহি খুজে তাক দৰ্শাইবোহো যমলোক ॥
সিংহৰ গৰ্জ্জন হেন শুনিলেক হস্তী।
অধোমুখে মালগণ থাকিল নমাতি ॥ ১৮৯৫১
সকলো মালৰ যেৱে হৰিল চেতন।
বিৰাটে ভীমক তেৱে বুলিলা বচন ॥
শুনা শুনা সুপকাৰ বচন আমাৰ।
জীমূতক যুজিবাক লাগয় তোমাৰ ॥ ১৮৯৫২
যুদ্ধত কুশল তুমি কৈয়া আছা আগে।
এহি মালযুদ্ধ তেৱে কৰিবাক লাগে ॥
ৰাজাৰ বচন শুনি ভীম মহাবলী।
জীমূতক যুজিবাক ৰঙ্গে গৈলা চলি ॥ ১৮৯৫৩
সুৱৰ্ণ মেখলা বান্ধিলাহা কঙ্কালত।
ৰঙ্গঢঙ্গ উঠলিল সকলে লোকত ॥
কেশ বান্ধি পাচে মাৰিলন্ত বাহু ডাম্ফি।
সচকিতে মালৰ হৃদয় গৈল কাম্পি ॥ ১৮৯৫৪
ডাকি বোলে কোন মালে যুজিবেক মোক।
যেহি যুজে তাকে পঠাইবোহো যমলোক ॥
ভীমৰ বচন শুনি জীমূত কিটাইল।
যেন ডাস গোটে বল্লভক খেদি আইল ॥ ১৮৯৫৫

দুই মত্তহস্তী যেন ভৈল একঠাই।
মুখ চাই দুইকো দুই গৰ্জে অৱগাই ॥
দুয়ো বীৰে প্ৰথমতে মণ্ডলী কৰন্ত।
বাহুত ধৰন্ত একে একে এৰাৱন্ত ॥ ১৮৯৫৬
দুয়ো মহাভুজ দুয়ো মহাবলৱন্ত।
ছিদ্ৰ পায়া দুইকো দুই প্ৰহাৰ কৰন্ত ॥
চৰৰ চাপৰ কিল মুঠি ঘৰাকাতি।
শেল মুদ্গৰ নখে আৰো মাৰে লাঠি ॥ ১৮৯৫৭
একো একো প্ৰহাৰত কৰে ঠাত ঠাত।
পৰ্ব্বত উপৰে যেন পৰয় নিৰ্ঘাত ॥
অনন্তৰে দুইকো দুই আঙ্কোৱালি ধৰি।
বান্ধ যে বিবান্ধে যুজে পৃথিৱীত পৰি ॥ ১৮৯৫৮
বাহু বাহু উৰু উৰু বান্ধ ধৰি আটে।
বান্ধৰ চোটত ছাল চৰচৰি ফাটে ॥
দেৱৰ দৈত্যৰ গন্ধৰ্ব্বৰ ৰাক্ষসৰ।
পিশাচৰ মনুষ্যৰ নাগৰ সৰ্পৰ ॥ ১৮৯৫৯
এতেকৰ বন্ধ দিয়া কতো থাকে পৰি।
আউৰ আউৰে বান্ধকে এৰাৱে যত্ন কৰি ॥
তেলিয়াৰ জান্ত যেন আটে কৰকৰি।
বান্ধৰ চোটত হাত ভাগে মৰমৰি ॥ ১৮৯৬০
দুয়ো দুইহান্তক বৰ কৰয় আন্দোল।
সমাজত উসমিস উহ্বাল কহ্লোল ॥
কেহো বোলে দুইৰো চোটে দুয়ো মৰিবেক।
কেহো বোলে জীমূত যাইবেক পৰলোক ॥ '৬১
কেহো বোলে জীমূতৰ হাতে সুপকাৰ।
যোনো মৰি চলি যাই যমৰ দুৱাৰ ॥
বিৰাট নৃপতি বোলে কৰো কোন কাজ।
অতিথিক মৰাইয়া ভুঞ্জিবো কেনে ৰাজ ॥ '৬২
সমজ্যাৰ বাণী শুনি নৃপতিৰ কষ্ট।
স্নেহৰ সেৱক মোৰ যোনো হোৱে নষ্ট ॥
ভীমসেনে জীমূতৰ বল কটালিল।
মালযুদ্ধে নৃপতিৰ মন সন্তোষিল ॥ ১৮৯৬৩
মাৰিবাক মনে দিলা মুষ্টিৰ প্ৰহাৰ।
বোম্বালে হৃদয় ফুটি বহে তেজধাৰ ॥

দেখ যে নেদেখ বেগে ভীম মহাবেগে।
তুলিয়া ধৰিলা জীমূতক সেহি ছেগে ॥ ১৮৯৬৪
মুণ্ডৰ উপৰে ধৰি ফুৰাই শত পাক।
জীমূত ফুৰয় যেন কুমাৰৰ চাক ॥
মৰো মৰো বুলি বীৰে আটাস পাৰয়।
বিস্ময় স্বৰূপে লোকে চাহিয়া আছয় ॥ ১৮৯৬৫
খসি খসি পৰিলেক বস্ত্র অলঙ্কাৰ।
নিশবদ ভৈলেক মুকুতকেশ তাৰ ॥
ফুৰন্তে ফুৰন্তে আকাশত প্রাণ গৈল।
মৰা শৰ পৃথিৱীত আছাৰিয়া থৈল ॥ ১৮৯৬৬
দুই হাতে পিসিয়া কৰিলা চূৰ্ণীকৃত।
দেখি মালগণ পলাই হুয়া ভয়ভীত ॥
জীমূত মৰিল বিৰাটৰ ৰঙ্গমন।
সকল সমাজ ভৈল হৰিষ বদন ॥ ১৮৯৬৭
তুষ্ট হুয়া ৰাজা অসংখ্যাত ধন দিল।
সকল সমাজে ভীমসেনক পূজিল ॥
এহিমতে পৰদেশী যত বীৰ আইলা।
সুপকাৰ সমে ৰাজা সবাকো যুজাইল ॥ ১৮৯৬৮
কাৰো কাৰো প্রাণ বৈল কাহাৰো নবৈল।
হেন দেখি বিৰাটৰ মন তুষ্ট ভৈল ॥
ভীম সমে যুজাৱয় সিংহ-ৰাঘ-হস্তী।
ভীম সম বলী যেবে নপাৱে নৃপতি ॥ ১৮৯৬৯
অনুৰূপে যুজন্ত সকলে সুপকাৰ।
তাক দেখি মহাৰঙ্গ বিৰাট ৰাজাৰ ॥
ৰঙৰ বেলাত ৰাজা নাৰীৰ সমাজে।
সিংহ-ৰাঘ-গজ যত আনে মহাৰাজে ॥ ১৮৯৭০
সুপকাৰ সমে ৰাজা কৰাৱে সমৰ।
অনুৰূপে সবাকো যুজন্ত বৃকোদৰ ॥
সিংহক মাৰন্ত লাথি ৰাঘক চৰৰ।
হস্তীৰ মুণ্ডত দেন্ত মুষ্টিৰ প্রহাৰ ॥ ১৮৯৭১
জৰপুৰ কৰি ধৰি পেলাৱে ভূমিত।
উপৰত বসি তাৰ কিলাৱে পিঠিত ॥
জৰপুৰ কৰি বেঢ়ি ঘষাৱে মহীত।
ভীমৰ বিক্রম দেখি ৰাজা বিমোহিত ॥ ১৮৯৭২

এৰিবাৰ বেলাত যে মাৰন্ত চৰৰ।
আৰ্ত্তনাদ কৰি ভিৰি মাৰন্ত লৰৰ ॥
অমানুষ কৰ্ম্ম দেখি ৰাজা ৰঙ্গমনে।
থুকি থুকি হাসি হাসি পৰে সিংহাসনে ॥ ১৮৯৭৩
স্বভাৱে চঞ্চল হাস্যমুখী নাৰীগণ।
ভীমৰ বিক্রম দেখি হাসে ঘনে ঘন ॥
সাৰ্ব্বভৌম-নৃপসুত বলে নুহি সম।
ৰূপে কামদেৱ সম কৰ্ম্মে নিৰুপম ॥ ১৮৯৭৪
হেন ভীমসেনে কৰে কাণ্ডাৰ আৰতি।
চাই থাকে আগতে দ্রৌপদী মহাসতী ॥
নকান্দন্তে ক্রন্দন আসয় সৰসৰি।
চক্ষুৰ লোতক আসে ৰাখে বস্ত্র ধৰি ॥ ১৮৯৭৫
দ্রৌপদীৰ ভাৱ দেখি ৰাজাৰ মহিষী।
হাসি হাসি মাতে নাৰীমাজে বিমৰিষি ॥
আমি ৰঙ্গ কৰো দেখি বল্লভৰ কৰ্ম্ম।
নভাসে নয়ন মনে কৰি থাকে মৰ্ম্ম ॥ ১৮৯৭৬
সৈৰিন্ধ্ৰীৰ ৰূপৰ নাহিকে পটন্তৰ।
বল্লভক দেখি তিনিলোকত সুন্দৰ ॥
একেলগে আছিলেক পাণ্ডৱৰ স্থানে।
মোহোৰ ঘৰক লাগি আইলে একেদিনে ॥ ১৮৯৭৭
দুইকো লাগি দুহান্তৰ আছে অনুৰাগ।
দুইৰো দুখ দেখি দুইৰো মনত বৈৰাগ ॥
দুইৰ ৰূপে দুই মহা দেখয় বিচিত্র।
কোনে বুজিবাক পাৰে তিৰীৰ চৰিত্র ॥ ১৮৯৭৮
সুদেষ্ণাৰ বাণী শুনি দ্রৌপদীৰ শোক।
হৰি হৰি বিধি এৱে চিনে যোনো মোক ॥
দ্বাদশ বৎসৰ মানে জানো হওঁ দুখী।
পাপী দুৰ্য্যোধন জানো দুনাই হোৱৈ সুখী ॥ '৭৯
এহি গুণি ক্রন্দন কৰিলা ৰৰনাৰী।
চক্ষুৰ লোতক বহি যাই সৰসৰি ॥
গদ গদ কৰি পাচে বুলিলন্ত বাক।
এতেক কলঙ্ক কেনে বোলাহা আমাক ॥ ১৮৯৮০
অল্প কৰি ৰচন বুলিলা সমাজত।
এতিক্ষণে খ্যাত দুইৰ সকলে লোকত ॥

মিছা কণাকণিতে শুনিব মহাৰাজ।
গন্ধৰ্বে শুনিলে হুইব বৰই অকাজ ॥ ১৮৯৮১
দ্ৰৌপদীৰ শোক দেখি ৰাজপটেশ্বৰী।
দ্ৰৌপদীৰ স্নেহত নোবোলে ব্যক্ত কৰি ॥
সুদেষ্ণাৰ চিত জানি দ্ৰুপদকুমাৰী।
সেৱা কৰি থাকিলন্ত আঠুশিৰ পাৰি ॥ ১৮৯৮২
ধনঞ্জয়ে নিতে নচাৱন্ত কন্যাগণ।
তাক দেখি দ্ৰৌপদীৰ নসহয় মন ॥
হয়শালে নকুল পালত সহদেৱ।
কঙ্করূপে যুধিষ্ঠিৰ নিচিনিল কেৱ ॥ ১৮৯৮৩
এহিমতে পাণ্ডৱৰ দশমাস গৈল।
দশ মাস মানে কিছু বিঘিনি নভৈল ॥
কীচক নামত ৰাজ মহিষীৰ ভাই।
একদিনা গৈলা সেই সুদেষ্ণাৰ ঠাই ॥ ১৮৯৮৪
আসন দিয়োক বুলি সুদেষ্ণা পাঞ্চিল।
সুবৰ্ণৰ আসন দ্ৰৌপদী বঢ়াই দিল ॥
সুদেষ্ণাক নমি বীৰ বসিলা আসনে।
দ্ৰৌপদীক দেখিয়া বিস্ময় ভৈলা মনে ॥ ১৮৯৮৫
শুনা সভাসদ পদ বিৰাট পৰ্ব্বৰ।
বোলা ৰাম ৰাম হোক পুৰুষ উদ্ধাৰ ॥ ১৮৯৮৬

সুদেষ্ণা আৰু সৈৰিন্ধ্ৰীৰ লগত কীচকৰ আলাপ

### ছবি

সুদেষ্ণাৰ সেৱকিনী দেৱৰ কুমাৰী যেনি
ৰূপে গুণে নাহিক সমানে।
তাঙ্ক দেখি সেনাপতি স্বভাৱতে পাপমতি
আকো পীড়িলেক কামবাণে ॥
কামানলে তনু দহে এৰিলেক লাজ ভাৱ
হাসি হাসি বুলিলেক বাণী।
এক কথা পুছো তোত কহিয়ো ভগিনী মোত
কৈত পাইলা এহি সেৱকিনী ॥ ১৮৯৮৭
পূৰ্ব্বৰ কালত এহে তোৰ ঘৰে নাছিলেক
আসিলেক কোন ৰাজ্যহন্তে।
ৰূপ দেখিবাক বৰে এহিৰেসে ভৈলো বশে
মনে মুখে কটাক্ষে চাহন্তে ॥
নব সুৰাগন্ধে যেন শ্ৰুতি-বুদ্ধি হৰুৱাৱে
মোকো তেন কৰিলে বিবুদ্ধি।
ৰূপ দেখি কামবাণে চিত্ত ভেদিলেক টানে
এহে বিনে নাহিক ঔষধি ॥ ১৮৯৮৮
এহেন্তে আবৃত্তি তোৰ এৰিবাক নুযুৱাই
মোক দেখুৱাই মোৰ নাৰী।
ৰত্নসিংহাসনে বসি থাকিবে সেৱিবে দাসী
মোহোৰ হুইবেক অধিকাৰী ॥
মোহোৰো আবাসখান ৰাত্ৰিদিনে প্ৰকাশয়
হীৰা-মণি-মাণিক ৰতনে।
অখণ্ড বিভৱ মোৰ ৰথে-গজে-সিংহাসনে
অন্নে-পানে-বসনে ভূষণে ॥ ১৮৯৮৯
তেৰেসে মন্দিৰ শোভে এহেন্তে থাকয় যেৱে
সৈৰিন্ধ্ৰীৰ খণ্ডো মহাদুখ।
পাপিষ্ঠৰ বাণী শুনি নাৰীগণ অন্তৰিল
সুদেষ্ণায়ো ভৈল অধোমুখ ॥
বায়েকত লাজ হুয়া দ্ৰৌপদীৰ পাশে গৈয়া
সকৰুণে বচন বুলিল।
সিংহৰ ভাৰ্য্যাক যেন জম্বুকে পাইলেক আসি
পৰিহাস কৰে মহাবল ॥ ১৮৯৯০
কাহাৰ বোহাৰী তুমি কাহাৰ জীয়াৰী আৱে
কোন স্থানহন্তে আছা আসি।
চন্দ্ৰবিম্ব সমসৰ বদনমণ্ডল জ্বলে
চন্দ্ৰকান্তি সম শোভে হাসি ॥
নাসাযুগ তিলফুল নেত্ৰে পদ্মদল তুল
ভ্ৰূৱযুগ যেন কামধেনু।
শৰীৰৰ কান্তি মই কিবা বুলি বৰ্ণাইবোহো
অনঙ্গ বিজয় যত ধনু ॥ ১৮৯৯১
সোণাৰ মোলান সম দুই বাহু প্ৰকাশয়
কৰযুগ নৱ কিশলয়।
সুবৰ্ণৰ ঘট সম স্তনযুগ নিৰুপম
কম্বুগ্ৰীৱ অধিকে শোভয় ॥

নদী সব খলখলি কোমল জঙ্ঘন তোৰ
মুঠিতে লুকাই মধ্যদেহ।
সুবৰ্ণৰ কৰীকৰ সম উৰু জঙ্ঘা জানু
পদযুগ অধিকে সুবেশ ॥ ১৮৯৯২
তোমা ৰআঙ্গুলিগণ অশোক কলিকা যেন
নখগণ ৰত্নেসে প্ৰমাণি।
মাণিক বৈসাইলা যেন দুই পান্তি দন্ত শোভে
কোকিলৰ সম তোৰ বাণী ॥
কিবা লক্ষ্মী পদ্ম লৈয়া অষ্ট বিভূতিৰ মায়া
লজ্জাৰূপে আছাহা দেৱৰ।
সজ্জনৰ কীৰ্ত্তি তুমি সুচন্দ্ৰৰ কান্তি কিবা
কিবা ৰতিদেৱ অনঙ্গৰ ॥ ১৮৯৯৩
তোমাৰ সমান নাৰী নতু দেখো নতু শুনো
বিধাতা মিলাইলেক আনি আগে।
বিধাতায়ে মিলাইলেক অনেক প্ৰৱন্ধ কৰি
চিৰকালে মোহোৰেসে ভাগে ॥
কিবা সুপ্ৰভাত মোৰ বদন দেখিলো তোৰ
আৰো দেখো নয়ন চঞ্চল।
যেৱে মোৰ ঘৰে যাহা ভৃত্য বুলি মোক চাহা
তেৱে মোৰ জনম সফল ॥ ১৮৯৯৪

---

কীচকৰ দ্বাৰা সৈৰিন্ধ্ৰীৰ ৰূপ বৰ্ণনা

লেচাৰি

সৰ্ব্বকালে থাকে পূৰ্ণশশী
পদ্মফুল তাৰ মাজে পশি
দুপাৰ মাজত থাকয় ডাল পোৱাল।
দুপান্তি মাণিক তাৰ মাজে
তিল-ফুলযুগ থাকে বাজে
খঞ্জনযুগল তাতে যে কৰে উল্লাল ॥
মাজতে যৱঞ্জ কামধেনু
নিৰ্ম্মল বহল তাৰ তনু
তেৱে চন্দ্ৰ হৱে তোমাৰ মুখ সমান।
এহি চন্দ্ৰমুখ সুহসিত
কমন পুৰুষে ধৰে চিত্ত
পুৰি নমৰিব প্ৰচণ্ড মদনবাণ ॥ ১৮৯৯৫
উন্নত কঠিন দুই স্তন
বৰ্ত্তুল সুঠাম পীন ঘন
আগ-তনু-গুটি মাণিকে আছয় গঢ়ি।
যেন সুবৰ্ণৰ বেদী মাজে
একেস্থানে দুই আসি আছে
মদন পূজাৰ দুগুটি কমল-কৰি ॥
মণি-মুকুতাৰ নাহি হাৰ
কান্তি জ্বলে বিনে অলঙ্কাৰ
জ্বলে মুখখানি চন্দ্ৰৰ যেন মণ্ডল।
কামৰ চাবুক দুই পাটি
মোৰ মনে যেন মাৰে চাটি
হৃদয়ে লাগিলে হুইবেক জানো শীতল ॥ '৯৬
দেখি তোৰ ৰূপ মধুৰেসে
কামশৰ ভৈল শৰীৰেসে
মদন অনলে পুৰি নলৰয় ঠাই।
তোমাৰ সংবাদ মেঘগণে
আপুনাৰ দানে বৰিষণে
কাম দয়ানলে মিলাইতে তোৰ যুৱাই ॥
তোমাৰ নিমিত্তে পাঞ্চবাণ
মোহন মূৰ্চ্ছন হৰিষণ
চিত্ত বিদাৰণ নাৰীৰ বশ্য কৰণ।
হৃদয় বিদাৰে ঘনে ঘন
দহন্তে আছয় মোৰ মন
আলিঙ্গন দানে কৰিয়ো মোক উদ্ধাৰ ॥'৯৭
দেখিতে নোৱাৰো তোৰ মুখ
মোক ভজি ভুঞ্জি ৰাজ্যসুখ
গন্ধ মাল্য বস্ত্ৰ পিন্ধিয়ো দিব্য ভূষণ।
ৰত্নৰ শয্যাত ৰাত্ৰি দিনে
কাম সেৱিবাহা মোৰ সনে
সুখে ভুঞ্জিবাহা বহুতৰ অন্নপান ॥

শুনিয়োক আৰে সভাসদ
বিৰাট পৰ্ব্বৰ কথা পদ
একচিত্তে সবে এৰিয়া আন কথাক।
বৈকুণ্ঠত থান পাইবা যেৱে
ৰাম ৰাম সবে বোলা তেৱে
এহিমানে জানা জীৱন সফল বাক॥ '৯৮

---

কীচকৰ দ্বাৰা সৈৰিন্ধ্ৰীৰ অপমান

পদ

ইহেন অপূৰ্ব্ব ৰূপ প্ৰথম যৌৱন।
স্বামী বিনে হীন তোৰ সবে অকাৰণ॥
যেন পুষ্পমালা কেহো নধৰয় অঙ্গে।
তোমাকো তেনয় দেখো স্বামী নাই সঙ্গে॥ '৯৯
পূৰ্ব্বৰ যতেক পত্নী সকলে এৰিলো।
সত্যে সত্যে আজি ধৰি দাসী কৰি দিলো॥
আপুনিয়ো দাসভাৱে সেৱিবো তোমাক।
কামানলে পুৰি মৰো ৰাখিয়ো আমাক॥ ১৯০০০
এনয় করুণা বাণী বোলে পাপশালী।
হৰিক চিন্তিয়া মনে ৰহিলা পাঞ্চালী॥
একোৱে প্ৰকাৰে যেৱে এৰাইতে নপাৰি।
অধোমুখে বুলিলন্ত দ্ৰুপদজীয়াৰী॥ ১৯০০১
শুনা সেনাপতি তুমি মহাদেৱৰ ভাই।
এনয় বচন কেনে মুখত ওলাই॥
একে হীনজাতি আৰো পৰ সেৱকিনী।
বিকৃত স্বভাৱ ভাৱ বিভৎস মালিনী॥ ১৯০০২
আপুনিয়ো পণ্ডিত শাস্ত্ৰৰ জানা মৰ্ম্ম।
অকাৰ্য্যক এৰিব এহিসে মহাধৰ্ম্ম॥
পৰদাৰা সমে আলাপকো নোহে যোগ।
ধৰ্ম্মপত্নী সহিতে ভুঞ্জিয়ো কামভোগ॥ ১৯০০৩
লোভমোহে পৰৰ নাৰীৰ যেবা বশ।
প্ৰাণৰো শঙ্কট ভয় লোকতো কুযশ॥
দাসীৰ সদৃশ নোহো ক্ষমা কৰা মোক।
কথা কহিবাৰ দেখি শঙ্কিবেক লোক॥ ১৯০০৪
নিৰাশা কৰিলা যাজ্ঞসেনী প্ৰিয়ভাৱে।
কামানল উথলিল কীচকৰ গাৱে॥
যেনে দোষ হোৱৈ পৰদাৰ হৰণত।
সবে দোষ জানে তাক নানয় মনত॥ ১৯০০৫
তাঙ্ক নমানয় কতো পেলাৱয় কাটি।
কাৰো ধন লৱে কতো কৰয় ভ্ৰূকুটি॥
মিলোক নৰক ইহলোকত কুযশে।
জানিয়ো নজানে সৈৰিন্ধ্ৰীৰ কামৰসে॥ ১৯০০৬
পুনৰপি বুলিলেক আতি প্ৰিয়ভাৱে।
নিৰাশা কৰস কেনে বহ্নি দেহ গাৱে॥
দায়া কৰিবাক লাগে যত পাৰা মানে।
তোমাৰ নিমিত্তে মোক পোৰে কামবাণে॥ '৭
তোৰ দাস ভৈলো তোক বোলো প্ৰিয়বাণী।
নিৰাশা কৰহ কিছো কথাক নজানি॥
নকৰিবা নৈৰাশ নিদিবা হৃদি তাপ।
মোক লাগি তুমি পাচে কৰিবা সন্তাপ॥ ১৯০০৮
মই পাতি আছো পাচে বিৰাটক ৰাজা।
মই প্ৰতিপাল কৰো বিৰাটৰ প্ৰজা॥
মোৰ সম বলৱন্ত নাহি পৃথিৱীত।
যৌৱন শোভন ভাগ্য ৰূপ সুললিত॥ ১৯০০৯
ৰত্নময় অলঙ্কাৰ পিন্ধি তই গাৱে।
অন্নপান বিচিত্ৰ ভুঞ্জিবি ভাৱে ভাৱে॥
পত্নীগণ দাসী পাইলি মোকো পাইলি দাস।
তথাপিতো দাসী হুইবে তোৰ অভিলাষ॥ '১০
দ্ৰৌপদী বোলন্ত মোত মিলিল অকাৰ্য্য।
চাটু বোলে নছাৰিব বৰহি নিলাজ॥
ক্ৰোধে আৰকত চক্ষু কাম্পে ওষ্ঠাধৰ।
গালি পাৰি কীচকক দিলন্ত উত্তৰ॥ ১৯০১১
নিকোটাৰ পোৰ গোটে বৰ পাইলি লাই।
বৰ ধুৰুতালি দেখো মোক চাই চাই॥
আৰো একাষাৰ তই নমাতিবি মোক।
অলপ বয়সে বেটা যাস যমলোক॥ ১৯০১২
গন্ধৰ্ব্ব পাঞ্চোটা পতি চলে ৰাখে মোক।
যদি জানে এতিক্ষণে মাৰে আসি তোক॥

মৰিবাক লাগি যদি তোৰ আছে মন।
আৰো একাষাৰ বোল ধেমালি বচন ॥ ১৯০১৩
যি কৰ্ম্মক শক্য নোহে অধম পুৰুষে।
সিয়ো কৰ্ম্ম মনে গুণে পৰম হৰিষে ॥
মৰণৰ দিন যেন আতুৰে চেঞ্চাৰে।
তই বেটা আমাক চাহস সেহি ভাৱে ॥ ১৯০১৪
অধম ছৱাল যেন থাকে নদী কোলে।
সিপাৰ যাইবাক লাগি দুই হাত মেলে ॥
তৰিবাক লাগি কৰে আকুল ব্যাকুল।
তৰিবাক নপাৰয় আপুনাৰ আউল ॥ ১৯০১৫
কতো কতো শিশু থাকে মাৱৰ কোলাত।
আকাশত চন্দ্ৰ দেখি মেলে দুই হাত ॥
অশক্য কৰ্ম্মক যেন কৰয় প্ৰৱন্ধ।
আমাক চাহন্তে যেন তোৰ পৰে কন্ধ ॥ ১৯০১৬
পাতালে পশস যদি স্বৰ্গক পলাস।
প্ৰাণৰ কাতৰে যদি কন্দৰে লুকাস ॥
যদি বুৰ দেস তই সাগৰত নামি।
তভো মায়া বলে মাৰিবেক মোৰ স্বামী ॥ ১৯০১৭
যেই চক্ষু কামভাৱে চাহা তুমি মোক।
অঙ্গুষ্ঠ প্ৰমাণে সেই চক্ষু কাটিবেক ॥
মোৰ ৰূপ বৰ্ণাৱস উপহাস কৰি।
সেহি জিহ্বাখান তোৰ কাটিবে আজুৰি ॥ ১৯০১৮
বাপেৰৰো গহ নাই মোক লজ্ঘিবাক।
গৌৰৱ ৰাখিয়া বেটা মনে মনে থাক ॥
এতেক বুলিয়া মৌন ভৈলন্ত পাঞ্চালী।
কীচকো নৈৰাশ হুয়া গৈলা গাৱ চালি ॥ ১৯০১৯
কামে জৰ্জ্জৰিত হুয়া নপাৱে চেতন।
সুদেষ্ণাৰ মুখ চাই বুলিলা বচন ॥
শুনিয়ো ভগিনী তুমি কৰা মন্দ কাজ।
মোহিনী কন্যাক ৰাখি আছা দাসী মাজ ॥ ১৯০২০
এইৰ ৰূপ দেখি মোৰ ফুটি যায় প্ৰাণ।
কাকুতি কৰিলো তভো নযায় মোৰ থান ॥
কাষ্ঠতো অধিক তোৰ হৃদয় কঠিন।
কিবা মোৰ বিধাতা নোহয় সুদক্ষিণ ॥ ১৯০২১

যেহি যেহি প্ৰকাৰে সৈৰিন্ধ্ৰী ভজে মোক।
সেহি সেহি প্ৰকাৰে কৰিবে বোলো তাক ॥
তোৰ সেৱকিনী যেৱে নলভোহো মই।
গলত কটাৰী দিয়া যাইবো যমালয় ॥ ১৯০২২
কীচকে বৈৰাগ্য কৰে সুদেষ্ণাৰ আগে।
সৈৰিন্ধ্ৰীক পঠাই যেন মনত বৈৰাগে ॥
তাহাৰ কাতৰ দেখি থিৰ নোহে কায়া।
ৰাজ মহাদেৱৰ পাচে সম্পজিল দায়া ॥ ১৯০২৩
মনে গুণি বোলে কিনো অকাৰ্য্য মিলিল।
সৈৰিন্ধ্ৰীৰ নিমিত্তে বিঘিনি সম্পজিল ॥
সৈৰিন্ধ্ৰীক নপাইলে মৰিবে মোৰ ভাই।
সৈৰিন্ধ্ৰীক মোহোৰ বুলিতে নুযুৱাই ॥ ১৯০২৪
বুলিলে নিসিজে আৰো হুইবেক বিস্ময়।
উপায়েসে কাৰ্য্য সিজে কৰিলো নিশ্চয় ॥
সৈৰিন্ধ্ৰীক পঠাইবোহো কীচকৰ ঘৰে।
দেখিবেক কীচকৰ বিভৱ বিস্তৰে ॥ ১৯০২৫
সকলে সম্পূৰ্ণ দেখিবেক মনোনীত।
তিৰীৰ স্বভাৱ তেৱে উলটিবে চিত্ত ॥
এহিখানি মনে গুণি ৰাজপটেশ্বৰী।
কীচকক বচন বুলিলা অল্প কৰি ॥ ১৯০২৬
এক পুণ্যতিথি তই কৰস সম্ভাৰ।
মৎস্য মাংস অন্নপান বস্ত্ৰ অলঙ্কাৰ ॥
সৈৰিন্ধ্ৰীক পঠাইবোহো সুৰা আনিবাক।
বিস্তৰ কাকুতি কৰি বুলিবি ইহাক ॥ ১৯০২৭
ৰত্নময় অলঙ্কাৰ দিবি খোজে মানে।
তেৱে বশ্য হুইবেক নজানৈ যেন আনে ॥
এহি বুলি ৰাজপটেশ্বৰী মৌন ভৈলা।
কীচকো মনত ৰঙ্গে নিজস্থানে গৈলা ॥ ১৯০২৮
এক গোটা পৰ্ব্ব ভৈল অলপ কালতে।
অন্নপান মৎস্য মাংস মিলাইয়া সমস্তে ॥
কীচকেয়ো সুদেষ্ণাক সঙ্কেত কৰিলা।
সুদেষ্ণায়ো দ্ৰৌপদীক চলে পাঞ্চি দিলা ॥ ১৯০২৯
উঠিয়ো সৈৰিন্ধ্ৰী চল কীচকৰ ঘৰে।
পিয়াস লাগয় সুৰা আন গই সত্বৰে ॥

দ্ৰৌপদী বোলন্ত আই পঠায়ো আনক।
যাইবাক নোৱাৰো আই তাহাৰ ঘৰক ॥ ১৯০৩০
কীচক নিলাজ যেন জানিছা আপুনি।
তোমাৰ আগত মোক বোলৈ কেন বাণী ॥
তাৰ ঘৰে গৈলে বৰ অকাৰ্য্য মিলিব।
সতীত্ব বিনষ্ট ব্যভিচাৰ সম্পজিব ॥ ১৯০৩১
প্ৰবেশ কালত কেন কহিলো বিনয়।
আপুনিয়ো বুলি আছা বচন নিশ্চয় ॥
নযাইবি পৰৰ ঘৰ নুধুৱাইবি ভৰি।
উচ্ছিষ্ট নখাইবি থাক আন কৰ্ম্ম কৰি ॥ ১৯০৩২
মোক পঠাইবেক যোগ্য নুহিকে তোমাৰ।
সেৱকিনী দাসীগণ আছয় অপাৰ ॥
আনক পঠায়ো তাৰ ঘৰক নযাওঁ।
আছোক তাহাৰ কাষে ছায়াও নচাওঁ ॥ ১৯০৩৩
সুদেষ্ণা বোলয় তই ডৰাৱ কাহাক।
কাহাৰ শকতি আছে চাহিবে তোমাক ॥
এহি বুলি সুৱৰ্ণৰ পাত্ৰ হাতে দিলা।
উঠি চল বুলি পুনৰপিয়ো পাঞ্চিলা ॥ ১৯০৩৪
নযাইবো বুলিবে নোৱাৰিলন্ত পাঞ্চালী।
সুৱৰ্ণৰ পাত্ৰ লই লৰিলন্ত ভালি ॥
চক্ষুৰ লোতক বহি যায় সৰসৰি।
সূৰ্য্যক দিলন্ত সাক্ষী কৃতাঞ্জলি কৰি ॥ ১৯০৩৫
নমো দিবাকৰ নমো সহস্ৰ কিৰণ।
আন নাহি মোৰ গতি তোমাৰ চৰণ ॥
স্বামী ব্যতিৰেকে যেৱে নজানোহো আন।
তেৱে মোক কীচকে নকৰে অপমান ॥ ১৯০৩৬
এহি বুলি দুই দণ্ড সূৰ্য্য উপাসিল।
তান মনোগত যেন সূৰ্য্যয়ো জানিল ॥
এগোটা ৰাক্ষস দিল ৰক্ষাৰ নিমিত্তে।
ছায়া যেন দ্ৰৌপদীৰ গৈলন্ত লগতে ॥ ১৯০৩৭
ধীৰে ধীৰে যান্ত মত্ত গজৰ গমনে।
দিশ চাহি চাহি যান্ত চকিত নয়নে ॥
বনৰ হৰিণ যেন ওলাইল বাহিৰ।
হৃদয় কাম্পয় ঘনে মন নোহে থিৰ ॥ ১৯০৩৮
আগক লাগিয়া বাঢ়ি নযায় দুয়ো ভৰি।
চলি যান্ত কীচকৰ বচন সুমৰি ॥
গোবিন্দৰ পাদপদ্ম মনে দৃঢ় কৰি।
কতোক্ষণে পাইলা গৈয়া কীচকৰ বাৰী ॥১৯০৩৯
দুৱাৰে সোমাস্তে পাচে দ্ৰৌপদীক দেখি।
আসনৰ হন্তে উঠি খানিকো নাপেক্ষি ॥
শীঘ্ৰ বেগে দ্ৰৌপদীৰ সমীপক গৈলা।
যেন পাৰোৱালে নৌকা পাই ৰঙ্গ ভৈলা ॥ '৪০
দ্ৰৌপদীক সম্বোধি মাতয় কৌতূহলে।
কল্যাণে আসিলা তব বাৰ্ত্তা যে কুশলে ॥
আজি শুভযোগে মোৰ পুহাইল ৰজনী।
মোৰ ঘৰে আসিলাহা কুৰঙ্গনয়নী ॥ ১৯০৪১
তোৰ মুখ দেখো মহাদেৱৰ মাজত।
তোৰ দুখে মোৰ নিদ্ৰা নাসয় শয্যাত ॥
আজি হন্তে খণ্ডে তোৰ সকলে দুৰ্গতি।
মোক ভজিবাহা নকৰিবা আন মতি ॥ ১৯০৪২
সুৱৰ্ণৰ মালা শিৰে কুণ্ডল কৰ্ণত।
বলয়া কঙ্কণ বান্ধে পিন্ধিয়ো হাতত ॥
অনেক দেশৰ ৰত্ন মণিময় হাৰ।
পিন্ধিয়োক ৰঙ্গে সৰ্ব্বগাৱে অলঙ্কাৰ ॥ ১৯০৪৩
বহুবিধ বস্ত্ৰ চিত্ৰ বিচিত্ৰ অজিন।
বাছি বাছি তুমি পিন্ধিয়োক দিনে দিন ॥
ৰত্নময় খাটত বিছায়া হংস তুলি।
আতে অন্নপান থৈয়া আছো তোক বুলি ॥ '৪৪
আসা তুমি আমি সমে যাওঁ সেহি থান।
আমি সমে তুমি তাতে কৰা মধু পান ॥
কামানলে পুৰি মৰো দেখিছা আপুনে।
তাকে নিমায়োক মোক আলিঙ্গন দানে ॥ ১৯০৪৫
অধোমুখে দ্ৰৌপদী মাতিলা অল্প কৰি।
পিয়াসে আকুলভাৱ ভৈলা পটেশ্বৰী ॥
মধু নিবে লাগি পঠাইলন্ত তব ঘৰে।
মধু দিয়া পঠায়োক চলোহো সত্বৰে ॥ ১৯০৪৬
কীচকে বোলন্ত মধু পঠাও আন কৰে।
মোৰ মনোৰথ পূৰি থাকিয়োক ঘৰে ॥

এহি বুলি হাতত ধৰিলা সেনাপতি।
দীৰ্ঘ যে নিশ্বাস কাঢ়িলন্ত মহাসতী ॥ ১৯০৪৭
বুৰিলো বুৰিলো বুলি কান্দে দীৰ্ঘৰাৱে।
বিস্তৰ ভৰ্ৎসিলা তাক নাৰীৰ স্বভাৱে ॥
তাৰক্ষণে সৈৰিন্ধ্ৰীয়ো লৰৱেক দিল।
কীচকেয়ো লৰৰিয়া হাতত ধৰিল ॥ ১৯০৪৮
প্ৰাণক টাঙ্কিয়া পাচে আন্দোলেক দিল।
চোট পায়া দুৰাচাৰে হাতত এৰিল ॥
তেতিক্ষণে দুৰাচাৰে ধৰিল আঞ্চলে।
আজোৰ পিজোৰ দুনাই লাগিল আন্দোলে ॥ '৪৯
হেম্পোচ মাৰিলা তাৰ কিছো ছিদ্ৰ পাই।
উফৰি পৰিল দুনাই মুখে মাটি খায় ॥
পৃথিৱীত কীচকক পৰিবাৰ দেখি।
লৰৰ দিলন্ত দেৱী খানিকো নাপেক্ষি ॥ ১৯০৫০
কঙ্কে সম দেখো গৈয়া বিৰাট ৰাজাক।
এহি বুলি পলাই যান্ত ৰাজসমজ্যাক ॥
ৰাজ সমাজক দেৱী দেখাদেখি ভৈল।
কীচকেও দেখি পাচে পাচে খেদি গৈল ॥ '৫১
লাগ পায়া দ্ৰৌপদীৰ চুলিত ধৰিল।
ভূমিতে পেলায়া এক লাথি প্ৰহাৰিল ॥
মাৰিবে খোজন্তে আৰো কাহাকো নাপেক্ষি।
সেহিবেলা আদিত্যৰ ৰথীয়াই দেখি ॥ ১৯০৫২
অশৰীৰী বায়ু সম দেখিতে নপায়।
কীচকক আছাৰি পেলাইলা গিৰিসায় ॥
ভীম যুধিষ্ঠিৰে দেখি আছন্ত সভাত।
দুহানো মুণ্ডত যেন পৰিল নিৰ্ঘাত ॥ ১৯০৫৩
কীচকৰ বধক চিন্তিলা ভীমসেন।
ক্ৰোধে কম্পমান বহ্নিকুণ্ড জ্বলে যেন ॥
ওৰ কলি সম চক্ষু ফুৰৈ গুঞ্জ যেন।
কপালৰ ঘৰ্ম্ম মলচন্ত ঘনে ঘন ॥ ১৯০৫৪
ভ্ৰূকুটি কুটিল মুখ পিষৈ হাতে হাত।
ওঠ চেলেকন্ত ক্ৰোধে ঝঙ্কাৰন্ত মাথ ॥
উলটি পালটি কৰি চোবাৱন্ত দান্ত।
কীচকক মাৰো বুলি উঠিবাক চান্ত ॥ ১৯০৫৫
ভীমৰ হৃদয় যুধিষ্ঠিৰে জানিলন্ত।
অঙ্গুষ্ঠতে টিপিয়া সঙ্কেতে ৰাখিলন্ত ॥
ৰাজাৰ নিষেধ আৰো চিনিবাক ডৰে।
সিগুণে পাপীক নমাৰিলা বৃকোদৰে ॥ ১৯০৫৬
ধূলি মাটি ঝঙ্কাৰি উঠিলা বৰনাৰী।
সভাৰ দ্বাৰক গৈলা পাঞ্চাল কুমাৰী ॥
দেখিলন্ত স্বামীসব মৃতক সমান।
আকাৰ ৰাখয় যেন নিচিনয় আন ॥ ১৯০৫৭
নয়নৰ জল বহি যায় সৰসৰি।
কান্দি কান্দি ৰাজাক বুলিলা নিন্দা কৰি।
দাৰুণ কটাক্ষে বহ্নি যেন সভা দহে।
প্ৰতিজ্ঞাক ৰাখিয়া স্বামীত হেন কহে ॥ ১৯০৫৮
যাৰ বৈৰী থাকে পাঞ্চ হাজাৰ অন্তৰে।
নিদ্ৰা নযায় ৰাত্ৰি সুখে শয্যাৰ উপৰে ॥
তাসম্বাৰ ভাৰ্য্যা আমি স্বভাৱে মানিনী।
কীচকে কিসক মোক মাৰে লাথি হানি ॥ '৫৯
সৰ্ব্বকালে দান দেই নমাগে পৰত।
ব্ৰাহ্মণত ভক্ত সত্য বোলে অবিৰত ॥
তাসম্বাৰ ভাৰ্য্যা আমি স্বভাৱে মানিনী।
কিমতে কীচকে মোক মাৰৈ লাথি হানি ॥ '৬০
তেজৱন্ত তপৱন্ত ক্ষমাৱন্ত সাৰ।
বৈৰক লাগিয়া ক্ৰোধ নুগুচে যাহাৰ ॥
ক্ষণেকে বধিবে পাৰে সকলে লোকক।
ধৰ্ম্মপথে বন্ধ হুয়া আপেক্ষে কালক ॥ ১৯০৬১
মহা বলৱন্ত সবে আৰো ধৰ্ম্মৱন্ত।
এখনে বধিবে পাৰে যাতো ক্ষমাৱন্ত ॥
তাসম্বাৰ প্ৰিয় পত্নী স্বভাৱে মানিনী।
কিসক কীচনে মোক মাৰে লাথি হানি ॥ '৬২
শৰণীয়া লোকক ৰাখন্তা বাৰে বাৰ।
মৰণ কোথাই নাই তাহান ভাৰ্য্যাৰ ॥
ছলৰূপে ফুৰন্ত নিচিনৈ যাক আনে।
সিটো মহাৰথী আজি গৈল কোন থানে ॥ '৬৩
পতিব্ৰতা ভাৰ্য্যাকো পাপিষ্ঠে লাথি মাৰে।
কমন পুৰুষে তাক সহিবাক পাৰে ॥

অগ্নি সম বলবীৰ্য্য তেজ গৈল ক্ষয়।
জানিলো সকলে স্বামী নপুংসক প্ৰায় ॥ ১৯০৬৪
একো অপৰাধী নোহো আৰো তিৰী জাতি।
চুলিত ধৰি পেলাই মাৰে এক লাথি ॥
আগতে মাৰয় মোক ৰাজা আছে চাই।
যেন বনমাজে মাৰৈ দেখা শুনা নাই ॥ ১৯০৬৫
কিঞ্চিতেকো ৰাজধৰ্ম্ম নাহিকে ৰাজাৰ।
মোক মাৰন্তেও নকৰিলে প্ৰতিকাৰ ॥
কীচকৰ মনে এহে নুহিকন্ত ৰাজা।
টেটনৰ ধৰ্ম্মেসে পালন্ত সবে প্ৰজা ॥ ১৯০৬৬
কীচক দুৰ্জ্জন মৎস্য ৰাজাও টেটন।
যত সভাসদ আছে সবেও দুৰ্জ্জন ॥
কোন দোষে মোক আজি তোমাৰ আগত।
কিমতে মাৰিলে লাথি যেন অৰণ্যত ॥ ১৯০৬৭
সবে সভাসদ লোকে বেঢ়ি আছে চাই।
এনে কৰি থৈয়া আছে ৰাজাক বুজাই ॥
অনাথ তিৰীক পাইলে মাৰিবাক লাগে।
এনয় ৰাজাক সেৱি থাকে বৰ ভাগে ॥ ১৯০৬৮
দ্ৰৌপদীক চাহি ৰাজা বুলিলা বচন।
পৰোক্ষত দ্বন্দ্ব কৰিলাহা দুয়োজন ॥
দোষ গুণ নজানোহো হটিবওঁ কিক।
মোৰ কোন দোষ কিন্তু তুমি মূৰ্খাধিক ॥ ১৯০৬৯
সভাসদগণ নৃপতিৰ চিত জানি।
কীচকক প্ৰতি বুলিলেক নিন্দাবাণী ॥
অন্যো অন্যে চাহি দ্ৰৌপদীক প্ৰশংসিল।
দ্ৰৌপদীক লক্ষ্য কৰি বচন বুলিল ॥ ১৯০৭০
সৰ্ব্বাঙ্গে সুন্দৰী নাৰী কুৰঙ্গনয়নী।
নুহিকে মানুষী আমি দেৱী বুলি জানি ॥
সেহি লোকে স্বৰ্গলাভ এহে যাৰ নাৰী।
পৰম সম্পদ হুইবে বুলিবাক পাৰি ॥ ১৯০৭১
সমাজত নিন্দে কীচকৰ মন্দ কৰ্ম্ম।
দেখি যুধিষ্ঠিৰৰ ললাটে বহে ঘৰ্ম্ম ॥
শোকে দুখে অপমানে নপাৰে চেতন।
দায়ায় ভাৰ্য্যাক পাচে বুলিলা বচন ॥ ১৯০৭২
শুনিয়ো সৈৰিন্ধ্ৰী নথাকিবা ই থানত।
সুদেষ্ণাৰ ঘৰে যাহা গুণিয়া মনত ॥
বীৰৰ মহিষী ভৈলে পাৱে মহাদুখ।
তথাপি স্বামীক সেৱি পাৱৈ মহাসুখ ॥ ১৯০৭৩
মই জানো গন্ধৰ্ব্বে তোমাৰ দুখ দেখে।
ক্ৰোধৰ সময় নুহি কালক উপেক্ষে ॥
কাল পাইলে তোৰ দুখ খণ্ডিবে সকলে।
প্ৰিয় কৰ্ম্ম কৰিবাহা নুহিবা বিহ্বলে ॥ ১৯০৭৪
আবুধি সৈৰিন্ধ্ৰী তই কাল নজানস।
নটৰ নটিনী যেন সমাজে লপস ॥
ৰঙ্গ সমাজৰ মাজে পাতস বিঘিনি।
সমাজ মাজৰ গুচ মনত যে গুণি ॥ ১৯০৭৫
দ্ৰৌপদী বোলন্ত কিছো নুবুলিবা মোক।
যেহি সেহি এৱে জানো মাৰিবে ইহাক ॥
যাতো মোৰ স্বামী ভৈল বৰহি দায়াল।
তানে বৰ ভাই ভৈল বৰহি পাশাল ॥ ১৯০৭৬
এহি বুলি দ্ৰৌপদীয়ো কৰিলা গমন।
মুক্তকেশ তাৰ ভৈল ৰকত নয়ন ॥
বদনমণ্ডল জ্বলে যেন শশধৰ।
কান্দিয়া গৈলন্ত মহাদৈৰ বাসাঘৰ ॥ ১৯০৭৭
পটেশ্বৰী বোলে তোক মাৰিলেক কোনে।
তাৰ ভাল নাহিকয় জানিলোহো মনে ॥
দ্ৰৌপদী বোলন্ত গৈলো মধু আনিবাক।
মধুকো নিদিলে মোক মাৰিলে কীচক ॥ ১৯০৭৮
দুনাই লাথি মাৰিলেক ৰাজাৰ সমাজ।
মোৰ ভাগে সভা যোনো ভৈল বনমাজ ॥
পটেশ্বৰী বোলয় মাৰিবো মই তাক।
অবলা নাৰীক অপমান কৰাইলেক ॥ ১৯০৭৯
দ্ৰৌপদী বোলন্ত মাৱ শুনিবাহা কাণে।
তুমি নমাৰন্তে তাক মাৰিবন্ত আনে ॥
যাহাৰ ভাৰ্য্যাক জোঙ্কাইলেক কামভাৱে।
তেহে আজি তাক পঠাইবেক যমঠাৱে ॥ ’৮০
এহি বুলি দ্ৰৌপদী বাসাক লাগি গৈলা।
স্নান কৰিলন্ত বস্ত্ৰখানি পখালিলা ॥

শোকে দুখে তনু দহে অনল পৰায় ।
থকথকি কান্দন্ত লোতক বহি যায় ॥ ১৯০৮১
শোকৰ ঝমক উঠে সুমৰি সুমৰি ।
গুণি গুণি অন্ত নপাৱন্ত বৰনাৰী ॥
বোলন্ত কি কৰ্ম্ম কৰো কৈক লাগি যাওঁ ।
কৈক গৈলে দুখ শোক আপদ এৰাওঁ ॥ ১৯০৮২
আজি যেৱে পাপিষ্ঠ কীচক নোহে নষ্ট ।
তেৱে মোৰ হুইব পতিব্ৰতা ধৰ্ম্ম ভ্ৰষ্ট ॥
জানো মোৰ প্ৰিয় কৰিবন্ত ভীমসেন ।
কীচকক মাৰিব মৃগক সিংহ যেন ॥ ১৯০৮৩
এহি বুলি শয্যাৰ উঠিলা গাৱ চালি ।
ৰন্ধনশালাক লাগি গৈলন্ত পাঞ্চালী ॥
দুইৰ ৰূপে গৃহগোট অধিকে জ্বলয় ।
যেন পূৰ্ণ শশধৰে ৰজনী সুহাই ॥ ১৯০৮৪
পাঞ্চালী দেখন্ত ভীম শুতিয়া আছয় ।
মৃগৰাজে যেহেন নিদ্ৰাত ফোকাৰয় ॥
ক্ৰোধ কৰি যাজ্ঞসেনী বুলিলা বচন ।
মোৰ শত্ৰু জীয়ে তযু নিদ্ৰাক যতন ॥ ১৯০৮৫
শুতিয়া আছয় ভীমসেন অচেতনে ।
মৃগৰাজ সদৃশ নিশ্বাস কাঢ়ে ঘনে ॥
দ্ৰৌপদী বোলন্ত গৈয়া তাৰ এক পাশে ।
দুহানৰ ৰূপে গৃহ অধিকে প্ৰকাশে ॥ ১৯০৮৬
প্ৰমত্ত হস্তীক যেন আলিঙ্গে হস্তিনী ।
ভীমকো তেনয় আলিঙ্গন্ত যাজ্ঞসেনী ॥
দুই হাতে ধৰি সতী চেতন কৰাৱে ।
দ্ৰৌপদীয়ে ভীমক জগাৱে নানা ভাৱে ॥ ১৯০৮৭
যেন শালতৰুক বেঢ়িল লতাগাছে ।
দ্ৰৌপদী ভীমক তেনে হাত দিয়া আছে ॥
প্ৰমত্ত সিংহক যেন জগাৱে সিংহিনী ।
তেনমতে ভীমক জগাৱে যাজ্ঞসেনী ॥ ১৯০৮৮
মধুৰ গম্ভীৰ আতি দ্ৰৌপদীৰ বাণী ।
ধীৰে ধীৰে ভীমসেনে জগান্ত গোসাঁনী ॥
কতনো শোৱাহা উঠা উঠা ভীমসেন ।
নাহিকে চেতন প্ৰভু মৰাগোট যেন ॥ ১৯০৮৯

কতোবেলি চেতন লভিলা বৃকোদৰে ।
উঠিয়া বসিলা বীৰ খাটৰ উপৰে ॥
দ্ৰৌপদীক দেখি ভীম ভৈল সকৰুণ ।
পুছিলন্ত ভীমে তুমি আইলা কিবা গুণ ॥ ১৯০৯০
দেৱী বোলে জানা দুঃশাসনে যি কৰিল ।
তাত পাচে বনবাসে সৈন্ধৱে হৰিল ॥
তাতোধিকে দহে ইবাৰৰ অপমানে ।
কীচকে মাৰয় তুমি সবে বিদ্যমানে ॥ ১৯০৯১
ৰাজাৰ আগত বেঢ়ি আছে সামৰাজে ।
চুলি ধৰি কীচকে মাৰয় কোন কাজে ॥
তুমিসব জীৱন্তে কীচকে কৰে বল ।
এৰিবোহো প্ৰাণ জীৱনত কোন ফল ॥ ১৯০৯২
ৰাজা বশ্য কৰিলে কীচক সেনাপতি ।
একদিনা গৈল সিটো মহাদেৱৰ ভিতি ॥
তহিতে দেখিয়া মোক যতন কৰয় ।
তাৰ বোল শুনি মোৰ নসহে হৃদয় ॥ ১৯০৯৩
তযু ভাই যুধিষ্ঠিৰ সাফল জুৱাৰ ।
সুৱৰ্ণ ৰজত ঘুঁৰী ঘোঁৰা আছে আৰ ॥
এতেক আছন্তে প্ৰথমতে খেলে পাশ ।
দ্বাদশ বৰিষ খপিলন্ত বনবাস ॥ ১৯০৯৪
যাহাৰ লগত চলে লক্ষেক দন্তাল ।
আগপাচ কৰিবাক যাই সৰ্ব্বকাল ॥
ৰথ ধ্বজ ঘোঁৰা গজ সেনাত অসংখ্য ।
হেন যুধিষ্ঠিৰক বোলয় সবে কঙ্ক ॥ ১৯০৯৫
যাৰ সুপকাৰ শালে লক্ষেক সুৱাৰ ।
ৰাত্ৰিয়ে দিবসে অন্নপান সজকাৰ ॥
অতিথি ভুঞ্জাৱে নিতে নিতে যাৰ ঘৰে ।
হেন যুধিষ্ঠিৰে বিৰাটক সেৱা কৰে ॥ ১৯০৯৬
ৰাজসূয় যজ্ঞে কৰিলেক অভিষেক ।
যাক সেৱা কৰিলেক নৃপতি লক্ষেক ॥
হেন যুধিষ্ঠিৰ ৰাজা দুখে জীয়ে নিতে ।
তান দুখ দেখি মোৰ নধৰয় চিতে ॥ ১৯০৯৭
শ্ৰুতি বেদ অস্ত্ৰ শস্ত্ৰ পুৰাণ আগত ।
হেন যুধিষ্ঠিৰ ৰাজা দুখে জীয়ে নিত ॥

যাৰ লগে ঋষি শত সহস্ৰ বৈসন্তি।
তেহে যুধিষ্ঠিৰ ৰাজা মৎস্যক সেৱন্তি ॥ ১৯০৯৮
অন্ধ খোৰা কুঁজা অনাথক পালে নিত।
নট ভাট নগৰিকো দেন্ত বহু বিত ॥
আঠাইশ সহস্ৰ ঋষি ভুঞ্জে ঘৰে বাসে।
একৈকত সেৱা কৰে ত্ৰিংশ ত্ৰিংশ দাসে ॥ '৯৯
ব্ৰাহ্মণ ভুঞ্জাইতে যাৰ যায় দিন কাল।
আঠাইশ সহস্ৰ ঋষি সুৱৰ্ণৰ থাল ॥
প্ৰতিনিতে অন্ন ব্ৰাহ্মণক দেই দান।
তেহেন্তে ভৈলন্ত কঙ্ক বিধিৰ লিখন ॥ ১৯১০০
অন্তেষপুৰত পাট মহাদৈৰ আগে।
যুজাৱে মহিষে মেঠে গজে সিংহে বাঘে ॥
তোমাৰ সহিতে যুজাৱে যেতিক্ষণে।
দেখি ভীমসেন মোৰ নধৰয় মনে ॥ ১৯১০১
পটেশ্বৰী বোলে মোৰ দেখি মনে খঙ্গ।
সুপকাৰ যুজান্তে সবাৰে মন ৰঙ্গ ॥
একে মাত্ৰ অসন্তোষে থাকয় গান্ধাৰী।
স্ত্ৰীৰ চৰিত্ৰ ভাৱ বুজিতে নপাৰি ॥ ১৯১০২
বোলে সৈৰিন্ধ্ৰীৰ ৰূপে নাৰী নাহি সম।
তাতো কৰি সুপকাৰ সুন্দৰ উত্তম ॥
একদিনে দুইজনে উপসিল মন।
যেৱে হেন বোলে মই শঙ্কি থাকো মন ॥ ১৯১০৩
সুৰাসুৰ দৈত্যক জিনিলা একেবাৰে।
ধনুৰ্দ্ধৰ ক্ষত্ৰি নাই ত্ৰৈলোক্য ভিতৰে ॥
হেনয় অৰ্জ্জুন নপুংসকবেশে আছে।
কন্যাগণ মাজে হেন কাছি পাৰি নাচে ॥ '১০৪
মাথে খোপা বান্ধি শাখা বান্ধি দুই বাহুৱে।
কৰ্ণত কুণ্ডল নূপুৰক পিন্ধি পাৱে ॥
মৎস্যৰ আগত যেতিক্ষণে নাচে বীৰে।
দেখি অপমানে মোৰ নসহে শৰীৰে ॥ ১৯১০৫
তযু প্ৰিয় ভাই সহদেৱ যাৰ নাওঁ।
তান দুখ দেখি কালবৰ্ণ হুয়া যাওঁ ॥
গৰুৰ ছালত যাৰ ভৈলেক শয়ন।
ধূলিয়ে ধূসৰ দেখি মোৰ ফাটে মন ॥ ১৯১০৬

সহদেৱ কোলে কৰি কুন্তী যে গোসাঁনী।
কান্দি কান্দি মোক বুলিলেক প্ৰিয়বাণী ॥
লজ্জাৱন্ত সুপকাৰ একোকে নজানে।
অন্ন যে ব্যঞ্জন তাঙ্ক ভুঞ্জাইবা আপুনে ॥ ১৯১০৭
স্বধাৰ্ম্মিক সত্যৱন্ত সুশীল সুন্দৰ।
ভ্ৰাতৃত ভকত তেন্তে নেদেখিয়া পৰ ॥
কুন্তী গোসাঁনীয়ে প্ৰশংসন্ত নিতে নিত।
হেন সহদেৱ থাকে গোৱাল চৰিত ॥ ১৯১০৮
যাহাৰ ৰূপক পটন্তৰ নাহি কেৱ।
কামিনীমোহন স্বৰূপত কামদেৱ ॥
অস্ত্ৰে শস্ত্ৰে যুদ্ধত কুশল তযু ভাই।
হেন বীৰ নকুল থাকন্ত অশ্ব-ঠাই ॥ ১৯১০৯
মৎস্য আগে যেতিক্ষণে চাৰন্ত তুৰঙ্গ।
চাৰি কুটি কৰি দৰশাৱে অঙ্গ ভঙ্গ।
অশ্ব-শ্ৰম কৰি বিৰাটক তোষে নিত।
তান দুখ দেখি মোৰ নধৰয় চিত ॥ ১৯১১০
ইহাত অধিক কি কহিবো দুখকথা।
ধৰ্ম্মৰাজা গুণে কিনো নভৈল অৱস্থা ॥
আমি পৰ-সেৱকিনা বিধিৰ বিপাক।
তথাপিতো চিন্তো আমি স্বামীৰ সুখক ॥ ১৯১১১
যি পুনু আনক মাৰে তাকো আনে মাৰে।
যি পুনু জিনয় আগে সিয়ো পাচে হাৰে ॥
আনক মগাৱৈ সিয়ো গাৱয় আৱসে।
ওলট পালট হোৱৈ জানা বিধি বশে ॥ ১৯১১২
সুখ দুখ ফুৰৈ যেন চক্ৰৰ আনয়।
যথা জল আছিলন্ত অৱশ্যে শুকায় ॥
যাৰ মন্দ হোৱৈ ভাল হোৱয় দুনাই।
এহি গুণি স্বামীৰ উদয় আছো চাই ॥ ১৯১১৩
যাৰ বাপ দ্ৰুপদ তুমিসে বৰ স্বামী।
তাৰ কেনে দুখাদৃষ্ট দেখি আছো আমি ॥
মাথা তুলি চাহা মোৰ কেনে ভৈল গতি।
এহি বুলি ধীৰে ধীৰে কান্দে মহাসতী ॥ ১৯১১৪
আৱে ভীমসেন মোৰ দুখ ভৈল বৰ।
চন্দন পিষন্তে দুয়ো হাতে ভৈল কৰ ॥

দেখা ভীমসেন বুলি দেখাইলন্ত খাৰি।
ভীমসেনে দেখি বোলৈ প্ৰাণ যায় ছাৰি ॥১৯১১৫
দ্ৰৌপদীৰ ক্ৰন্দন দেখিয়া বৃকোদৰ।
শোকে পৰি ভীমসেন কান্দিলা বিস্তৰ ॥
কষ্ট পৰিহৰি দ্ৰৌপদীৰ বিদ্যমানে।
অসন্তোষে ভূমি চাহি ৰৈলা ভীমসেনে ॥১৯১১৬
ধিক ধিক আছোক মোহোৰ বাহুবল।
ধিক ধিক অৰ্জ্জুনৰ গাণ্ডীৱ বিফল ॥
মৰকত বৰ্ণ কৰ আতি সুকোমল।
এৱে খাৰি বান্ধিলেক সেহি কৰতল ॥১৯১১৭
যেতিক্ষণে কীচকে তোমাকে মাৰৈ পাৰে।
মই তাক মাৰিবাক চালো সেহি ঠাৰে ॥
লগাইলোহো দন্তে দ্বন্দ্ব মৎস্যৰ সমাজে।
সঙ্কেত কৰিয়া বাধিলেক ধৰ্ম্মৰাজে ॥১৯১১৮
কৰ্ণ যে শকুনি দুঃশাসন দুৰ্য্যোধন।
তাসম্বাক মাৰো পূৰ্ব্বে কৰিলো যতন ॥
তাহাকো নপাইলো যুধিষ্ঠিৰৰ কাৰণে।
এভো হৃদয়ত শাল আছে মোৰ মনে ॥১৯১১৯
এৰিয়োক খেদ চিন্তিয়োক স্বামী-ধৰ্ম্ম।
যুধিষ্ঠিৰে নসহিবে শুনি ইটো কৰ্ম্ম ॥
নাৰী হুই স্বামীৰ কৰয় উপালম্ভ।
সজ্জনে নিন্দিবে বৈৰে পাইবেক আসঙ্গ ॥১৯১২০
নৃপতিৰ শোকে পাচে অৰ্জ্জুনো মৰিব।
নকুল সহদেৱো পাচে কালক কৰিব ॥
তাসম্বাৰ তুলে মই যাইবো অনুগামী।
হেন জানি মোৰ বোল শুনিয়োক তুমি ॥১৯১২১
শ্ৰীৰামৰ ঘৰিণী যে আছিল মৈথিলী।
ৰামৰ লগত বনবাসে গৈল চলি ॥
তাহাক ৰাৱণে পৰাভৱ কৰিলেক।
স্বামীত ভকতি তেহে তভো নেৰিলেক ॥ ১৯১২২
ইন্দ্ৰপত্নী আছিলন্ত নামত ইন্দ্ৰাণী।
বয়সে তৰুণ অতি যৌৱনে সম্পন্নী ॥
ইন্দ্ৰ শাপ পান্তে তেহো নেৰিলা ভকতি।
সহস্ৰেক বৰিষত পাইলা প্ৰিয় পতি ॥১৯১২৩
দেৱঋষি লগত কন্যাৰ বসবাস।
লোপামুদ্ৰা নেৰিলন্ত অগস্তিৰ পাশ ॥
তাসম্বাৰ সম তুমি পতিব্ৰতা নাৰী।
পক্ষেক উপেক্ষি দুখ ভুঞ্জিয়ো সুন্দৰী ॥১৯১২৪
দেৱী বোলে উপালম্ভ নকৰোহো হেন।
কি কাৰণে কান্দিলো শুনিয়ো কহো যেন ॥
ধৰ্ম্মৱতী কুলৱতী সতী পতিব্ৰতা।
তাৰ জীৱনক লাগি বৰ.লাগে বেথা ॥১৯১২৫
আমি যাৰ নাৰী যেৱে শুনে ইটো কথা।
তেসম্বে শুনিলে তোক মাৰিবে সৰ্ব্বথা ॥
হেন শুনি হাসিয়া বোলয় দুৰাচাৰে।
কোথাত আছয় আৰ গন্ধৰ্ব্ব তোমাৰে ॥১৯১২৬
হৌক লক্ষ গন্ধৰ্ব্ব তাহাকো নডৰাওঁ।
সমূলি মাৰিয়া যম কৰণে পঠাওঁ ॥
মই বোলো গন্ধৰ্ব্বক সম নোহ সাৰ।
একহি গন্ধৰ্ব্বে তোৰ মুছৰিবে ঘাৰ ॥১৯১২৭
মোৰ বোলে আসঙ্গ নপাইলে দুৰাচাৰে।
সুদেষ্ণাত পাচে গৈয়া পৰিলা কাতৰে ॥
ভ্ৰাতৃৰ কাতৰে সুদেষ্ণায়ে দায়াতৰে।
মোক বোলৈ মধু আনি দিয়োক সত্বৰে ॥১৯১২৮
মহাদৈৰ বাক্যে গৈলো কীচকৰ ঠাৱে।
অহন্মম এৰি মোক বোলৈ প্ৰিয়ভাৱে ॥
তাহান বচন যেৱে আমি নকৰিলো।
উঠি আসি দুষ্টে মোৰ আঞ্চলে ধৰিল ॥১৯১২৯
মই তাক ভূমিত পেলাইলো দুয়ো হাতে।
শৰণ পশিলো আমি ৰাজাৰ সভাতে ॥
নৃপতিৰ সমাজত পাইলা গৈয়া খেদি।
গন্ধৰ্ব্বে ৰাখোক আৱে বোলে মন্দবুদ্ধি ॥১৯১৩০
ভূমিমধ্যে পেলাই পাচে লাথি মাৰিলেক।
কঙ্ক মৎস্য দুয়োজনে দেখি ৰহিলেক ॥
ৰাজাক কৰিলো উপালম্ভ বাৰে বাৰ।
সবাকো বুলিহো যত আছিল সভাৰ ॥১৯১৩১
তভো প্ৰতিকাৰ নকৰিল মৎস্যৰায়।
তাহাৰ প্ৰসাদে ৰাজ্য ভুঞ্জে সমুদায় ॥

নৃপতিৰ প্ৰিয়পাত্ৰ বলত দুৰ্জ্জয়।
অহঙ্কাৰী নিষ্ঠুৰ পাপকো নাহি ভয় ॥১৯১৩২
ৰাজাৰ বল্লভ হুই নমানে কাহাকো।
হেন জানি ভীমসেন ৰাখিয়ো আমাকো ॥
যিবা মোক বোলা তুমি ৰক্ষা কৰা সাৰ।
আজি ক্ষমা নকৰৈ কীচক দুৰাচাৰ ॥১৯১৩৩
কাল উপেক্ষিলে ভীম আমাক নপায়।
তোমাসাৰ ভাৰ্য্যা নোহো বুলিলো দুনাই ॥
ক্ষেত্ৰি ভৈলে যুজিবে দ্বিজক দিবে দান।
বৈৰ মাৰণত পৰে ধৰ্ম্ম নাহি আন ॥১৯১৩৪
ব্ৰাহ্মণে কহিলে হেন পুৰাণ কাহিনী।
হেন জানি স্ত্ৰী-বৈৰী মাৰিয়ো আপুনি ॥
জয়দ্ৰথে যৈসানি আমাক নিলে হৰি।
তাকো ৰণে জিনি তুমি আনিলা উদ্ধাৰি ॥ '৩৫
জ্যেষ্ঠৰ বচন নকৰিলা অন্যৰথা।
তৈসানি মোহোৰ তুমি ভৈলা পৰিত্ৰাতা ॥
ইদানিকো কীচকত নভজিবো আমি।
বিষ খাই মৰিবো সাফল হুইব ভুমি ॥১৯১৩৬
এহি বুলি দেৱী আই সাবটি ভীমক।
শোকৰ বেগত আতি দেখিলা জমক ॥
উৰুত শিথান দিয়া কান্দন্ত গোসাঁনী।
সাদৰ কৰিয়া কোলে ধৰিলা আপুনি ॥১৯১৩৭
মাৰিবো কীচক আজি বিলাপ নকৰ।
সবান্ধৱে দুষ্টক পেশিবো যমঘৰ ॥
কালি তাক দেখিলে বুলিবা প্ৰিয়ভাৱ।
নৃত্যৰ শালাত দুয়ো হুইবো একঠাৱ ॥১৯১৩৮
দিনভাগে নাচি গাই থাকে কন্যাগণ।
নিশাকালে সিথানে নথাকে একোজন ॥
শুতিবাৰ খাট এক আছে সেহি ঠাৱে।
তৈকে লাগি সঙ্কেতে চলিবা কামভাৱে ॥১৯১৩৯
সিঠাইতে মাৰিয়া তাক পেসো যমলোক।
পুনৰপি আসি যেন নোজোকাৱে তোক ॥
বিলম্ব নকৰি চল পুহাইল ৰজনী।
ভীমক সম্বুধি পাচে গেল যাজ্ঞসেনী ॥১৯১৪০

গুণন্তে গুণন্তে যেৱে ৰজনী পুহাইল।
উঠিয়া কীচক ৰাজদুৱাৰক আইল ॥
দ্ৰৌপদীক দেখি দুষ্টে বোলয় দুনাই।
এভো কৰ বচন চলিয়ো মোৰ ঠাই ॥১৯১৪১
ৰাজাৰ আগত গৈয়া পশিলি শৰণে।
তহিতো মাৰিলো তোক ৰাখিলেক কোনে ॥
মৎস্য ৰাজা নামমাত্ৰ মই অধিকাৰী।
কষ্ট পৰিহৰি মোক ভজিয়ো সুন্দৰী ॥১৯১৪২
একশত সাজি পাৰি দিবো দাসী দাস।
তুৰঙ্গ সহিতে ৰথ দিবোহো আবাস ॥
সুবৰ্ণ সহস্ৰ পণ দিবো তোক দান।
মই তোৰ দাস ভৈলো ৰাখা মোৰ প্ৰাণ ॥১৯১৪৩
দ্ৰৌপদী বোলন্ত আমি নজানিলো মনে।
তোমাৰ বচন নকৰিলো সি কাৰণে ॥
কৰিবো বচন মোক পালিবা আপুনে।
আতিশয়ে ডৰাওঁ গন্ধৰ্ব্বে যেন জানে ॥ ১৯১৪৪
যদি সেনাপতি তোৰ মোত আছে ৰস।
এখানি বচন বোলো কৰিবা আৰস ॥
অন্ধকাৰ ৰাত্ৰিত আসিবা একেশ্বৰে।
নাচশালে বচনক ৰাখিবো তোমাৰে ॥ ১৯১৪৫
তোমাৰ আমাৰে তৈতে মিলিবে সম্ভোগ।
গন্ধৰ্ব্বে জানিলে বৰ মিলিবে বিয়োগ ॥
কীচকেও সেহি বাক্য কৰিলা সম্মান।
পৰম হৰিষে গৈলা আপুনাৰ থান ॥ ১৯১৪৬
দ্ৰৌপদীৰ বোলে তাৰ উলসিল গাৱ।
ৰঙ্গমনে চলিল ভূমিত নেদি পাৱ ॥
লাস বেশ হৰিষ কৰয় ৰঙ্গমনে।
আগত মিলিল কাল তাহাক নজানে ॥ ১৯১৪৭
সৰ্ব্বজনে দেখা কেন কামীৰ চৰিত্ৰ।
নমানৈ সুহৃদ মাতৃ পিতৃ কদাচিত ॥
কামী পুৰুষৰ জানা নাই লাজ ভয়।
কামিনীক পাইলে কাটিবাক নডৰায় ॥ ১৯১৪৮
কিবা বাঘে খাই উপৰত খাণ্ডা পৰে।
কামী ভৈলে কামিনীক তথাপি নছাৰে ॥

কিবা সৰ্পে খায় কিবা মাৰে কণ্ডিয়াই।
কামিনীক পাইবে কামী তথাপিতো যায় ॥ '৪৯
কিবা যাঠি খুঞ্চি মাৰে মৰৈ জলে বুৰি।
তথাপি কামীয়ে নেৰে কামিনীৰ গুৰি ॥
ৰজায়ে কাটয় কিবা জাতিকুল যায়।
তথাপি কামীয়ে নেৰে কামিনীৰ ঠাই ॥ ১৯১৫০
কিবা পিতৃ মাতৃ শুনে গঞ্জে মহাজনে।
তথাপি সঙ্কোচ নাই কামুকৰ মনে ॥
জাতিকুল হৰাই যেনো হোৱে জাতিভ্ৰষ্ট।
কামুক জনৰ তাতো নাহি মন কষ্ট ॥ ১৯১৫১
কীচকৰ দেখা আৰে ভৈল কেন ভাৱ।
ৰজাৰ মহিষী ভৈলে জগতৰ মাৱ ॥
আসে আপোনাৰ দেখা সোদৰ বহিনী।
তাতো লাজ এৰিলেক দেখিয়া কামিনী ॥ '৫২
হেন পুৰুষৰ দেৱতীৰ্থে নাহি কাজ।
যাৱদেকে নপাৱয় সন্তৰ সমাজ ॥
দেৱতীৰ্থে যদি বাৰেকাদি শুদ্ধি কৰে।
বাহিৰে পৱিত্ৰ হোৱৈ অন্তৰে নপাৰে ॥ ১৯১৫৩
সন্তৰ সঙ্গত যিটো শুনে কৃষ্ণ-কথা।
তেৱেসে মনৰ মল হৰয় সৰ্ব্বথা ॥
হেন জানি নৰলোক এৰিয়া দুৰ্ম্মতি।
যতন কৰিয়া লৈয়ো সন্তৰ সঙ্গতি ॥ ১৯১৫৪
সন্তৰ সঙ্গেসে পুৰুষৰ বাৰণত।
অধমো উত্তম হোৱৈ সন্তৰ সঙ্গত ॥
জানি সাধু সঙ্গতি লৈবাৰ কৰা কাম।
সৰ্ব্বজনে উচ্চ কৰি বোলা ৰাম ৰাম ॥ ১৯১৫৫

### কীচক বধ

বৈশম্পায়ন বদতি শুনিয়ো নৰপতি।
কহো কীচকৰ ভৈল যেন বিসঙ্গতি ॥
সৈৰিন্ধ্ৰীৰ বচনত মন ৰঙ্গ ভৈল।
দিনগোট যাহান্তে হাজাৰ যুগ গৈল ॥ ১৯১৫৬
দ্ৰৌপদীৰ সম্ভোগ কীচকে চিন্তে মনে।
দ্ৰৌপদী চিন্তয় পাপী মৰৈ কেতিক্ষণে ॥
হেন সব মনত চিন্তন্ত নাহি আন।
দিবসেকে ভৈল সিটো বৎসৰেক মান ॥ ১৯১৫৭
সুগন্ধ চন্দন অলঙ্কাৰ পুষ্পমালা।
পিন্ধিয়া কীচকে মানিলেক মনে ভালা ॥
মৰণ সময়ে কীচকৰ ভৈল কান্তি।
নিমাইবাৰ বেলা যেন প্ৰদীপ জ্বলন্তি ॥ ১৯১৫৮
একেশ্বৰে কীচক লৰিল কাছি পাৰি।
ভীমত জনাইলা গৈয়া দ্ৰুপদজীয়াৰী ॥
নৃত্যৰ শালাক ভীমসেন চলি যাইবা।
কীচকক মাৰি যম কৰালে পঠাইবা ॥ ১৯১৫৯
হিড়িম্বক বধিলাহা যেন ভৈল ধ্বতি।
সেহি ৰঙ্গ কৰি তাক মাৰিয়ো বিগুটি ॥
হস্তী যেন শ্ৰীফলক ভাঙ্গে আঁটি শুৰে।
সেহিমতে শিৰ আঁটি নেও কীচকৰে ॥ ১৯১৬০
আনো সব যত যুজে কীচকক ঢাকি।
তাহাকো মাৰিব আজি ত্ৰিদশে নৰাখি ॥
পাচে মাৰিবোহো কৌৰৱৰ শত ভাই।
যেন যুধিষ্ঠিৰে ৰাজ্য পাৱন্ত দুনাই ॥ ১৯১৬১
দ্ৰৌপদীক সম্বুধিয়া ছদ্মৰূপ হুই।
নৃত্যৰ গৃহত ভীম থাকিলন্ত শুই ॥
হৰিণক জুম্পি যেন সিংহ থাকে বসি।
কতোক্ষণ কীচক মিলিল তৈকে আসি ॥ ১৯১৬২
অন্ধকাৰ ঘৰত আছয় ভীম শুতি।
গান্ধাৰী বুলিয়া পাশ চাপিলা দুৰ্ম্মতি ॥
কামে পীড়িলেক সিটো অচেতন হুই।
ভীমৰ গাৱত হাত দিল নিয়া দুই ॥ ১৯১৬৩
দাসীদাস অলঙ্কাৰ সুবৰ্ণ ৰতন।
তোমাক লাগিয়া সবে কৰিছো যতন ॥
সবাতো প্ৰমুখ্য হুইবা কৰি বহুমান।
তোত পৰে মোত ভাল নুহিবেক আন ॥ ১৯১৬৪
তৈৰ কন্যাগণো মোত কৰয় হৰিষ।
বোলয় পুৰুষ নাহি মোহোৰ সদৃশ ॥
সুন্দৰ পুৰুষ ৰতিৰসত সুজান।
দায়ায়ে সাগৰ সৰ্ব্বকাৰ্য্যত সুঠান ॥ ১৯১৬৫

তাৰ বোল শুনি ভীমসেনে বোলে হাসি।
আপুনাক আপুনিয়ে বোলস প্ৰশংসি ॥
ই তিনি ভুৱনে নাই তোমাৰ সমান।
তিৰী কি পুৰুষ তাৰ নাহিকে গিয়ান ॥ ১৯১৬৬
হোৱয় পুৰুষ যিটো শাস্ত্ৰত কুশল।
হাতে গাৱে চুইলে পাই লক্ষণ সকল ॥
এহি বুলি ভীমে গাৱ চালি তেতিক্ষণ।
কীচকক নিষ্ঠুৰ বুলিলা তেতিক্ষণ ॥ ১৯১৬৭
যেৱে তুমি হোৱা কামশাস্ত্ৰত কুশল।
পুৰুষ নিচিনা কেনে কামে হুয়া বাউল ॥
কীচক তবধ হুয়া থাকি গৈলা চাই।
ইটো কোনগোটে মাতে গান্ধাৰিণী নাই ॥ '৬৮
ৰাৱ দি গন্ধৰ্ব্ব বোলে গান্ধাৰিণী নাইল।
গান্ধাৰীৰ স্বৰূপে গন্ধৰ্ব্বে লাগ পাইল ॥
হস্তীক মাৰিয়া যেন পেলাৱে কেশৰী।
মই তোক পাপিষ্ঠ মাৰিবো তেন কৰি ॥ ১৯১৬৯
কু বিকট শৰীৰে ভূমিত পৰি থাকে।
সুদেষ্ণা দেখিয়া যেনো কান্ধে দীৰ্ঘডাকে ॥
গান্ধাৰী থাকিব ভালে তোমাৰ মৰণে।
গন্ধৰ্ব্বেসে হৰিষ কৰাইলা বুলি মনে ॥ ১৯১৭০
স্মৰ তোৰ ইষ্ট পিতৃ মাতৃক নিঃশেষে।
বাম হাতে ধৰিলন্ত এহি বুলি কেশে ॥
পাইলে কালে বুলিয়া কীচক মহাবলে।
আন্দোল কৰিয়া ভীমে ধৰি তাৰ গলে ॥ '৭১
বাহু যুজে যুদ্ধ লাগিলেক বৰ ৰাগি।
যুজে মত্ত হস্তী যেন হস্তিনীক লাগি ॥
বালি সুগ্ৰীৱৰ যুদ্ধ কাৰণে ভাৰ্য্যাৰে।
সেইমতে যুজন্ত কীচক বৃকোদৰে ॥ ১৯১৭২
নাকে মুখে ভুকু মাৰে চৰ্প্পত চৰৰে।
সবে চুলি ধৰি ফুৰাৱন্ত নিৰন্তৰে ॥
বজ্ৰৰ সমান গাৱ দুইৰো ঘৰিষণে।
দুহানো শবদ আতি উঠে ঘনে ঘনে ॥ ১৯১৭৩
ভীমক কীচকে কীচকক ভীমসেনে।
তাৰয় মোড়য় আজোৰয় বৰ টানে ॥

আঙোৰে কাঙোৰে মুখে বাঘ যেন ঠান।
লাগিল হিহনি আতি দূৰ দিশমান ॥ ১৯১৭৪
মধ্যম নিশাত ভৈল সমৰ দুহান।
দুইক দুই বোলৈ আজি কৰিবো নিৰ্য্যাণ ॥
চলে দুইৰো যুদ্ধ বৰ লাগিল তুমুল।
কাম্পে গৃহখান দুন্দ্ধ মিলিল আন্দোল ॥ ১৯১৭৫
কীচকক ধৰি ফুৰাৱন্ত ভীমসেনে।
সবল বৃক্ষক যেন পাইলেক পৱনে ॥
কীচকেও বৰ কষ্টে উঠিয়া আপুনি।
ভীমক ভূমিত পেলাইলে আণ্ঠু হানি ॥ ১৯১৭৬
উঠি ভীমসেনে কীচকক কোপমনে।
দুয়ো হাতে চৰৰ মাৰিলা বৰ টানে ॥
সহিল কীচকে তাৰ শৰীৰ লৰিল।
বজ্ৰৰ সমানে তাৰ হৃদয়ে পৰিল ॥ ১৯১৭৭
ভীমৰ আন্দোল বীৰে থাকিলন্ত সই।
পুনৰপি কীচকে মাৰিলে খেদি গই ॥
জানিলন্ত ভীমে কীচকৰ বল ক্ষয়।
দুই হাতে ধৰি তাৰ মথিল হৃদয় ॥ ১৯১৭৮
চুলিত ধৰিয়া আনিলন্ত ভীমসেনে।
মৃগ ধৰি বাঘে যেন ৰঙ্গ কৰে মনে ॥
দুই হাতে ধৰি জানিলন্ত বৰ দুখে।
তেজধাৰ বাজ ভৈল কীচকৰ মুখে ॥ ১৯১৭৯
ফুৰান্তে ফুৰান্তে আতি ভৈল অচেতন।
যমক পঠাইবে লাগি কৰিলা যতন ॥
পৰিল ভূমিত বীৰ ঘোৰ নাদ কৰি।
মুৰিলন্ত ঘাৱ তাৰ প্ৰাণ গৈল মৰি ॥ ১৯১৮০
তথাপি ভীমৰ কোপ নছাৰয় মনে।
দুই জানু হানি তাৰ ভাঙ্গিলা কঙ্কালে ॥
ধৰণীত পৰি যেৱে আছে সেনাপতি।
পাচে ভীমসেনে হেন বুলিলা সম্প্ৰতি ॥ ১৯১৮১
আজিসে মনৰ ধৰন্দা গুচিল আমাৰ।
আজিসে সুজিলো আমি দ্ৰৌপদীৰ ধাৰ ॥
আজিসে মনৰ শঙ্কা দ্ৰৌপদী এৰাইল।
ওলট পালট কৰি ভূমিত ঘষাইল ॥ ১৯১৮২

হাত পাৱ শিৰ কীচকৰ অঙ্গ যত।
পুন্টি মাৰি ভৰাইলন্ত তাহাৰ গৰ্ভত ॥
পৰি আছে বীৰ মাথা পিণ্ডৰ স্বভাৱ।
পাচে ভীমসেনে দ্ৰৌপদীক দিলে ৰাৱ ॥ ১৯১৮৩
দ্ৰৌপদীক চাহি ৰঙ্গে ভীম যে বদতি।
দেখিয়োক কেনে ভৈল কীচকৰ গতি ॥
মাৰিলো কীচক দুষ্ট কণ্টক তোমাৰ।
হেন বাণী বুলি দিলা লাথিৰ প্ৰহাৰ ॥ ১৯১৮৪
দ্ৰৌপদী বদতি শুনিয়োক ভীমসেন।
আপুনি দেখিলো বীৰ মৰিল যেহেন ॥
পলাইল মনৰ শঙ্কা হাসয় গোসাঁনী।
পুনৰ্ব্বপি ভীমসেনে বুলিলেক বাণী ॥ ১৯১৮৫
যেহি যেহি তোমাক কৰয় অভিলাষ।
তাকে তাকে মাৰি আমি কৰিবো বিনাশ ॥
দ্ৰৌপদীৰ চিত্ত সন্তোষিলা মহাবলী।
সুপকাৰশালাক সত্বৰে গৈলা চলি ॥ ১৯১৮৬
ভীমসেন গৈলা যেৱে আপুনাৰ ঠাৱ।
জাগ জাগ বুলিয়া গান্ধাৰী দিলে ৰাৱ ॥
কীচকক মাৰিলে গন্ধৰ্ব্ব মহাবলে।
চাহা সবে আসিয়া আছয় নৃত্যশালে ॥ ১৯১৮৭
কীচকক মাৰিলে গন্ধৰ্ব্বে শুনি ৰণে।
ৰথীয়া কটক আসি ভৈলা তেতিক্ষণে ॥
আউৰক আউৰে মাতি ভৈলা একঠাই।
নৃত্যৰ শালাক গৈল উৰ্ম্মিক লগাই ॥ ১৯১৮৮
কীচকক দেখিয়া ৰথীয়া ভৈলা ভীতি।
গন্ধৰ্ব্বে মাৰিল ভৈল হেনসে বিকৃতি ॥
কোথা গৈল শিৰ নেদেখি যে হাত পাৱ।
শৰীৰ দেখিয়া আৱে মৃদঙ্গ স্বভাৱ ॥ ১৯১৮৯
শুনি আসি ভৈল কীচকৰ শত ভাই।
স্তব্ধ ভৈল সমস্তে মৃতক শৱ চাই ॥
ৰুধিৰ পঙ্কত পৰি আছে মহাবীৰ।
নেদেখি শৰীৰ ভৈলা ৰোমাঞ্চ শৰীৰ ॥ ১৯১৯০
বেঢ়ি বেঢ়ি কান্দে সবে কীচকক দেখি।
সৰ্ব্বাঙ্গ ভগন যেন অবনত লেখি ॥
এৰিল গন্ধৰ্ব্বে যেন পৰিয়া আছয়।
নাচশালে পৰি আছে দেখি লাগে ভয় ॥ '৯১
যাহাৰ প্ৰসাদে ৰাজ্য কৰৈ মৎস্যৰায়।
বাহুবলে বৈৰক জিনিলে সমুদায় ॥
ৰূপেগুণে তেজবলে সম নাহি বীৰ।
হেন ৰূপ ভৈল আৱে তাহান শৰীৰ ॥ ১৯১৯২
সোদৰ ভ্ৰাতৃৰ শোকে কৰয় ঘঞ্চাল।
কৈৰহন্তে আসিয়া পৰিল যমকাল ॥
ভূমিত পৰিয়া কৰৈ হৃদয়ে প্ৰহাৰ।
বোল উথলিল মৎস্য নৃপতিৰ দ্বাৰ ॥ ১৯১৯৩
শুতি আছে সুদেষ্ণা আপুন বাসাঘৰে।
এগোটা কীচকে গৈয়া জাগাইলা সত্বৰে ॥
মোৰ জ্যেষ্ঠ বহিনী শুনিয়ো পটেশ্বৰী।
মৰিলন্ত কীচক গন্ধৰ্ব্বে আছে মাৰি ॥ ১৯১৯৪
নাহি তেন ক্ষেত্ৰি নভৈলেক ঘোৰ ৰণ।
মহাবীৰ কীচকে মাৰিলে কোনজন ॥
হা হা কৈক গৈলি ৰাৱ পাৰে সুদেষ্ণাই।
কোনেনো মাৰিলে মোৰ প্ৰাণ সম ভাই ॥ '৯৫
বন্ধুজনে বিলাপ কৰিলে কতোক্ষণে।
পাচে শৱ নিবাৰ সবাৰো ভৈল মনে ॥
শৱ সাজ কৰি বিলম্বত নাহি কাজ।
সাত্তে পাঞ্চে ধৰিয়া সি ঠাইৰ কৰি বাজ ॥ '৯৬
শৱ দহিবাক লাগি গৈলা ভ্ৰাতৃ যত।
দ্ৰৌপদীক তেহে সবে দেখিলা পঞ্চত ॥
হস্ত গোট ধৰিয়া যে আছন্ত গান্ধাৰী।
দেখিয়া কীচকে পেলাইলন্ত লাথি মাৰি ॥ '৯৭
অসতী পাপিষ্ঠ এইক মাৰিয়ো এখনে।
মৰি গৈল সেনাপতি এহিৰ কাৰণে ॥
হেন কৰো এইক কীচকৰ লগে নেওঁ।
কীচকৰ লগে নিয়া ঝপাই খৰি দেওঁ ॥ ১৯১৯৮
কীচকৰ প্ৰেতকাৰ্য্য কৰিতে যুৱায়।
আলোচি ৰাজাত গই বোলে সমুদায় ॥
গান্ধাৰীৰ কাৰণে কীচক ভৈল হত।
গান্ধাৰীক পোৰো নিয়া কীচক লগত ॥ ১৯১৯৯

ৰাজা বোলে যেৱে পোৰা কৰিয়ো সকাল।
ৰাজা আদেশিলেক কোপিত শত মাল ॥
কৰিলে সবাকো অন্ধ তাসম্বাৰ বোধে।
দ্ৰৌপদীক লাগিয়া ধাইলেক সবে ক্ৰোধে ॥'২০০
দ্ৰৌপদীক ধৰি বান্ধিলেক হাতে পাৱে।
আতি বৰ কষ্ট পাইল জগতৰ মাৰে ॥
দ্ৰৌপদীক তুলি অনুগামিনী বোলয়।
তেৱে মহাসতীৰ মনত ভৈল ভয় ॥ ১৯২০১
কান্দন্তে কান্দন্তে সতী বিকল স্বভাৱ।
বিহ্বল স্বৰূপে গান্ধাৰিণী পাৰে ৰাব ॥
জয়ন্তক জয় হে বিজয় জয়সেন।
জয়দ্বল আসন্তোক আমাৰ ৰক্ষণ ॥ ১৯২০২
কীচকৰ লগে মোক নেই পুৰিবাক।
অবসান কালে আসি ৰাখিয়ো আমাক ॥
বজ্ৰৰ সদৃশ যাৰ ধনুৰ টঙ্কাৰ।
ৰথঘোষ শুনি যাৰ বৈৰ চমৎকাৰ ॥ ১৯২০৩
হেনয় মোহোৰ পতি গন্ধৰ্ব্ব সুজান।
মৰিবাক নেই আসি কৰা পৰিত্ৰাণ ॥
দীৰ্ঘ ৰাৱ কৰি আতি চেঞ্চাৰে পাঞ্চালী।
সুপকাৰশালা হন্তে শুনি মহাবলী ॥ ১৯২০৪
শয়ন এৰিয়া কোপে চালিলন্ত গাৱ।
ভয় নকৰিবা বুলি ভীমে দিলে ৰাৱ ॥
তোমাৰ বচন ভালে মই আছো জানি।
তাসম্বাক ভয় কিছো নকৰা পাঞ্চালী ॥ ১৯২০৫
কিসক তোমাৰ শঙ্কা যেৱে জীও আমি।
হেন বুলি মহাবীৰে তুলিলন্ত হামি ॥
সুপকাৰ ৰূপ এৰি ধৰি আন বেশ।
বিৱৰ্ণ ভৈলেক ৰূপ মুক্ত কৰি কেশ ॥ ১৯২০৬
দুৱাৰে বাহিৰ ভৈলে লোকে যেনো জানে।
গড় ডেৰাই ভীমে বাজ ভৈলা তেতিক্ষণে ॥
যি থানক গৈল কীচকৰ শত ভাই।
সি থানক প্ৰতি ভীমসেন চলি যায় ॥ ১৯২০৭
পূৰ্ব্বাপৰ যত কৰ্ম্ম জানা আছে ভাগে।
মিলিলন্ত ভীমসেন তাসম্বাৰ আগে ॥

কীচকক লাগিয়া যি ঠাইত সাজে চিতা।
এক শালবৃক্ষ ভীমে দেখি সেহি ভিতা ॥ ১৯২০৮
দীৰ্ঘে এক যোজন যে দেখি থুলন্তৰ।
তাহাৰ গোৰক লাগি গৈলা বৃকোদৰ ॥
দুই হাতে উপাৰি লৈলন্ত শালগাছ।
পলাইল কীচক নচাৱয় আগ পাচ ॥ ১৯২০৯
কৰে দণ্ড ধৰি যেন যম সম ক্ৰোধ।
কোপে বুলিলন্ত পাণ্ডুসুতে কৰ যুদ্ধ ॥
শীঘ্ৰে চলি যায় ভীম দ্ৰৌপদীৰ পাশ।
শত কীচকক দিবো যমপুৰে বাস ॥ ১৯২১০
পৱনৰ বেগে ধাইলা বায়ু যেন লাগি।
বেগৰ চোটত বৃক্ষ যায় ভাগি ভাগি ॥
পাশ চাপি ভীমসেনে দিলন্ত আটাস।
গন্ধৰ্ব্বে পাইলেক বুলি সবাৰো তৰাস ॥ ১৯২১১
মাথা তুলি ভীমসেনে আসে কোপ কৰি।
দেখি উপকীচক সকল গৈল ডৰি ॥
আউৰে আউৰে অন্যো অন্যে সবে আলোচন্তি।
আমাকো মাৰিবে খোজে গান্ধাৰীৰ পতি ॥ '১২
কোপ কৰি আসে বীৰ বৃক্ষগোট লই।
গান্ধাৰীক নিয়া নগৰত পশো গই ॥
গান্ধাৰীক আতে আমি আনো মাৰিবাক।
সেহি কোপমনে বীৰে ধাৱয় আমাক ॥ ১৯২১৩
দ্ৰৌপদীক মেলিয়া কীচক সবে গই।
নাৰীক এৰিয়া পলায় প্ৰাণ ৰাখি লই ॥
পলাৱে দেখিয়া ভীমসেন যায় খঞ্জে।
খেদি গৈয়া সবাকো মাৰিলা এক সঙ্গে ॥ '১৪
এক গোটাধিক কীচকৰ ভাই শত।
শালবৃক্ষে কোবাইয়া পঠাইলা যমপথ ॥
অসন্তোষ কৰি কান্দি আসিলা গোসানী।
আশ্বাসিয়া ভীমে বুলিলন্ত প্ৰিয়বাণী ॥ ১৯২১৫
তোমাক হিংসয় যেহি যেহি দুৰাচাৰ।
তাকে মাৰি মাৰি মান সাধিবো তোমাৰ ॥
এৰিয়োক ক্ৰোধ নকৰিয়োক সংশয়।
আমি সবে জীৱন্তে তোমাৰ কাক ভয় ॥ ১৯২১৬

বিলম্ব নকৰি তুমি যায়োক সকাল।
আমিয়ো যাইবোহো সেহি সুপকাৰশাল ॥
পুছন্ত নৃপতি বৈশম্পায়নে কহন্ত।
হেনৰূপে ভীমে সবাহাঙ্কো মাৰিলন্ত ॥ ১৯২১৭
সেনাপতি সমে একাধিক শত মাৰি।
পূৰ্ব্বদিশ গৈল মৎস্যৰাজাৰ ওৱাৰি ॥
আন সবে দেখি তাক ভৈলেক তৰাস।
নমাতি ৰহিল যেন হৰিল উশাস ॥ ১৯২১৮
আমাকো মাৰয় যোনো কীচকৰ খঙ্গে।
আথেবেথে পলাই প্ৰজা যেন ৰণভঙ্গে ॥
যি ঠাইত বসিয়া আছে মৎস্য ধৰ্ম্ম ৰাজা।
সি ঠাইক লাগিয়া আসি ভৈলা সবে প্ৰজা ॥ '১৯
কৰযোৰ কৰি বোলে শুনিয়ো ভূপাল।
গন্ধৰ্ব্বে মাৰিলে তোমাসাৰ শত মাল ॥
যেন বজ্ৰঘাৱে গিৰি-শৃঙ্গ যায় খসি।
সেইভাৱে ধৰণীত পৰি আছে নশি ॥ ১৯২২০
গান্ধাৰীক মেলাইলেক তাসম্বাক মাৰি।
পুনৰপি আসৈ তাই তোমাৰ ওৱাৰি ॥
তাঙ্ক দেখি কোনে নকৰিব পৰিহাস।
আছোক যুৱক বৃদ্ধ তাৰো অভিলাষ ॥ ১৯২২১
যুৱাজনে তাঙ্ক দেখি মাতিব আয়াসে।
তাকো মাৰি গন্ধৰ্ব্বে পেশিব যমবাসে ॥
এতেকে জানিবা প্ৰভু মিলিল অকাৰ্য্য।
গান্ধাৰী নিমিত্তে আৱে ছন্ন হুইবে ৰাজ্য ॥১৯২২২
সৈৰিন্ধ্ৰীক মাতি সিটো যাইবে নতু পায়ে।
ইসব কাৰ্য্যক আৱে চিন্তিয়ো উপায়ে ॥
তাসম্বাৰ বচন শুনিয়া মৎস্যৰায়।
সবাকো সম্বুধি পাচে বুলিলন্ত চাই ॥ ১৯২২৩
সবাকো দিয়োক একে স্থানে চিতা সাজি।
অগুৰু চন্দনে দাহ কৰায়োক আজি ॥
সুদেষ্ণাক চাই পাচে বিৰাট বদতি।
সৈৰিন্ধ্ৰী থাকয় যেৱে তোমাৰেসে ভীতি ॥'২৪
মোৰ বোলে তাহাঙ্ক বুলিবা প্ৰিয় ভাৱ।
এৱে হেন কৰ যাহন্তোক আন ঠাৱ ॥
ব্যাঘ্ৰে দেখিলেসে যেন হৰিণীৰ গতি।
কীচকতো সেহি ভাৱ ভৈল সমাপতি ॥ ১৯২২৫
সুস্থ হৈয়া সৈৰিন্ধ্ৰীয়ো শৰীৰ পখালি।
নিশি অৱসানে নগৰীক গৈলা চলি ॥
দ্ৰৌপদীক দেখি আৰো গন্ধৰ্ব্বক ডৰে।
পলাই পুৰুষ সবে দ্বীপ দ্বীপান্তৰে ॥ ১৯২২৬
পলাইবে নপাৰি কত হোৱৈ অধোমুখ।
চাইলে যোনো হোৱৈ গন্ধৰ্ব্বৰ মনদুখ ॥
আচম্বিতে দেখিলে চক্ষুত দিয়ে হাত।
কেহো পিঠি দেই কেহো ভূমি দেই মাথ ॥ '২৭
আছোক তৰুণ শিশু ছৱালো পলায়।
সত্বৰে পলাও হেৰা গান্ধাৰিণী যায় ॥
নগৰ দেশৰ কতো গৈলেক এৰায়।
সৈৰিন্ধ্ৰী পশিল সুপকাৰশাল পায় ॥ ১৯২২৮
তহিতে ভীমক গৈয়া পাইলা দৰিশন।
দেখন্ত বসিয়া আছে আনন্দিত মন ॥
ভীমৰ সমীপ চাপি মাতৈ ধীৰে ধীৰ।
শ্মশানশালত মাৰিলেক যত বীৰ ॥ ১৯২২৯
তেহো গন্ধৰ্ব্বক হেৰা মোহোৰ প্ৰণাম।
তাহান প্ৰসাদে ৰৈল গান্ধাৰিণা নাম ॥
গন্ধৰ্ব্বে শুনিয়া বুলিলন্ত প্ৰিয় বাণা।
সুখদে প্ৰথমে আসি ভৈলাহা আপুনি ॥ ১৯২৩০
সৈৰিন্ধ্ৰী বোলন্ত তান বচনত থিত।
ময়ো তেৱে বশ প্ৰভু বোলো নিতে নিত ॥
তৈৰহস্তে দ্ৰৌপদী গৈলন্ত নৃত্যশালা।
যি ঠাইত কুমাৰী নচাৰন্ত বৃহন্নলা ॥ ১৯২৩১
নৃত গীত পৰিহৰি দ্ৰৌপদীক দেখি।
উত্তৰা সহিতে ৰাজ ভৈলা যত সখী ॥
সবেয়ো বোলন্ত ৰঙ্গে দ্ৰৌপদীক চাই।
ভাল ভৈল তুমি আৱে আসিলা ইঠাই ॥ ১৯২৩২
তোমাৰ কাৰণে যেন কৰাইলাহা সতী।
ভালে সবাঙ্কৰে মৰি গৈল অধোগতি ॥
অৰ্জ্জুনে সোধন্ত দ্ৰৌপদীক ভাৱ কৰি।
তোমাক মেলাইলে কোনে কহিয়ো সুন্দৰী ॥ '৩৩

সবে উপকীচক মৰিল কেনমতে।
সিসব কাহিনী মোত কহা যথোচিতে ॥
তুমিসে সুখে কি আছা নাৰীৰ সমাজে।
তুমিসে সৈৰিন্ধ্ৰী নাম লৈলা কোন কাজে ॥ '৩৪
দ্ৰৌপদী বোলন্ত কিয় মাতা হেন কৰি।
হংস যে তুলিত শোৱা দুখে যাওঁ মৰি ॥
তৃণ পাৰি শোবৈ মাত্ৰ বাহুত শিথানে।
সুখীজনে তুলি নিন্দি তাক সুখ মানে ॥ ১৯২৩৫
আগে পাচে কৰি থাকে যুৱতী শতেক।
আমি দিনে দিনে দুখ ভুঞ্জিছো অনেক ॥
কুতূহলে থাকা তুমি নাচ গীত গাইয়া।
সৈৰিন্ধ্ৰীয়ে সুখ ভুঞ্জে তুমি দুখ পায়া ॥ ১৯২৩৬
সেহিসে কাৰণে হাসি পুছাহা আপুনি।
অৰ্জ্জুনে লক্ষিলা দ্ৰৌপদীৰ দুখবাণী ॥
অৰ্জ্জুনে বোলন্ত দ্ৰৌপদীত দুখভাৰ।
মোহোৰ দুখক গান্ধাৰিণী নাৰী চাৰ ॥ ১৯২৩৭
জীৱন্ততে মৰা মই মোৰ কোন সুখ।
নজানিসে আমাক কৰিয়া মনোদুখ ॥
পৰিচিত্ত অনুভৱ ৰাজাত জনাৰে।
শুনিয়োক কোনে মোৰ দুখ পতিয়াৰে ॥ ১৯২৩৮
তোমাৰ দুখত চাই মোৰ দুখ নিত।
আপুনিসে আপুনাৰ জানয় চৰিত ॥
তুমি সুবুলিলা আমি সবে জানো কালে।
আমি যেনে আছিলো তুমিও জানা ভালে ॥'৩৯
একে স্থানে তৈকে আসিলোহো সমুদায়।
হেন কি বচন মোক বুলিতে যুৱায় ॥
অৰ্জ্জুনৰ সদসিদ্ধ বচন শুনিয়া।
কিছো নুবুলিলা আৰ মনত গুণিয়া ॥ ১৯২৪০
সুদেষ্ণাৰ সমীপক চলিলা সুন্দৰী।
দ্ৰৌপদীক প্ৰিয় বাক্য বুলি পটেশ্বৰী ॥
দ্ৰৌপদীত সুন্দৰী বোলয় মনোময়।
মৎস্য নৃপতিৰ গন্ধৰ্ব্বত বৰ ভয় ॥ ১৯২৪১
তোমাক মোহোৰ স্বামী বুলিলা কাতৰ।
যথা মন গান্ধাৰিণী চলিয়ো সত্বৰ।
তব ৰূপে সুৰ নৰ মুনি মোহ যায়।
তোমাক দেখিলে কোনে মোহক নযায় ॥১৯২৪২
মাতৃ বাপ তপ ধৰ্ম্ম তাহাত আৰাধ।
গন্ধৰ্ব্বে মাৰিবে আসি লগাই অপৰাধ ॥
দ্ৰৌপদী বোলন্ত আই শুনা পটেশ্বৰী।
তোমাৰেসে কিছো বোল কৰিতে নপাৰি ॥ '৪৩
তোমাঠৈৰ যিবা হানি মোৰো নাই দোষ।
দৈৱৰ নিৰ্ব্বন্ধ কিক কৰিবাহা ৰোষ ॥
দশ দিন আৰে মোক ক্ষমোক নৃপতি।
আসি তেৰে মোক পাঞ্চ গন্ধৰ্ব্বে নিবৰ্ত্তি ॥'৪৪
প্ৰিয় কাৰ্য্য তোমাৰ কৰিবে মোৰ স্বামী।
অসঙ্কোচে থাকা ভয় নকৰিবা তুমি ॥
দ্ৰৌপদীৰ বাণী পাচে মহাদৈয়ে শুনি।
কিছো নুবুলিলা তাক কৰ্ম্মবশ গুণি ॥ ১৯২৪৫
সুদেষ্ণাত ভাৱে থাকিলন্ত মহাসতী।
কীচকৰ বধ এহিমানে সমাপতি ॥
শুনা সৰ্ব্বজন মহাভাৰতৰ পদ।
ধৰ্ম্মৰাজা নৃপতিৰ দেখাহা আপদ ॥ ১৯২৪৬
ৰাজসূয় যজ্ঞ কৰিলাহা মহাভাগ।
কিৰীটিৰ আগে চৰণক পাই লাগ ॥
আপুনি গোবিন্দ যাৰ লগত সহায়।
ইটো কালচক্ৰে দেখা ফুৰায় বাগৰায় ॥ ১৯২৪৭
হেনয় জনৰ আপদক কেনে দেখা।
ইটো নৰ সামান্য জনৰ কোন লেখা ॥
ইটো কথা সাৱধানে শুনা সৰ্ব্বজনে।
আপুনাকো কেহো নেদেখিবা বৰ মনে ॥ ১৯২৪৮
কাল ঈশ্বৰেসে বৰ জানা সৰ্ব্বজনে।
জানিয়া শৰণ পশা কৃষ্ণৰ চৰণে ॥
তেৰেসে ঈশ্বৰ কৃষ্ণে কৰিবন্ত দায়া।
দিবন্ত মুকুতি পাচে দূৰ কৰি মায়া ॥ ১৯২৪৯
সন্ত সঙ্গে সদায়ে নেৰিবা ৰাম নাম।
জানি নিৰন্তৰে নৰে বোলা ৰাম ৰাম ॥ ১৯২৫০

———

### দুৰ্য্যোধনৰ দ্বাৰা পাণ্ডৱৰ অনুসন্ধান

### পদ

জয় জয় নমো হৰি ত্ৰৈলোক্যৰ বাপ।
যাহাক স্মৰণে তৰি সংসাৰৰ তাপ ॥
যাৰ নাম লৈলে তৰি সমস্তে সংসাৰ।
হেনয় কৃষ্ণক কৰো কোটি নমস্কাৰ ॥ ১৯২৫১
নমো কুলদেৱী কালিকাৰ দুইপাৱ।
বিস্তাৰ বদনী সংসাৰৰ তুমি মাৱ ॥
গ্ৰীৱে নৰমুণ্ডমালা মৃতকবাহিনী।
হুয়ো সুপ্ৰসন্ন মাৱ জগতজননী ॥ ১৯২৫২
জয়তি পাণ্ডৱগণ হৰিৰ ভকত।
প্ৰতিজ্ঞা সাফলি মৎস্যৰাজাৰ ৰাজ্যত ॥
বঞ্চিলা অজ্ঞাত বাস দুৰ্ঘোৰ দুঃসহ।
ভণতি কংসাৰি কবি দক্ষিণ গোগ্ৰাহ ॥ ১৯২৫৩
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
কীচক মৰিল মৎস্যৰাজ ভৈলা ভয় ॥
বিস্ময় ভৈলাহা ৰাজা দেখি অদভুত।
ডৰে ৰাজা নোহে কেহো ৰাজা ৰাজসুত ॥ '৫৪
হাটে বাটে মণ্ডপে যে নগৰে সৰ্ব্বথা।
দশে কুৰি পচিশে কহয় এহি কথা ॥
আছিল পাপিষ্ঠ দুষ্ট কীচক শতেক।
ৰাত্ৰি দিনে পৰহিংসা কৰয় অনেক ॥ ১৯২৫৫
পৰ নাৰী হৰৈ লুৰি আনৈ বহু ধন।
অনেক ৰাজাৰ ৰাজ্য কৰিলেক ছন ॥
গন্ধৰ্ব্বৰো নাৰীক যে ঝোঙ্কাৰে নিশ্খল *।
অন্যায় কৰ্ম্মক কৰি গৈল ৰসাতল ॥ ১৯২৫৬
চক্ষুৰে নেদেখৈ পথ আতি মদগৰ্ব্বে।
অধৰ্ম্মে গ্ৰাসিল আসি মাৰিল গন্ধৰ্ব্বে ॥
এহি কথা অন্যো অন্যে কহে সৰ্ব্বলোকে।
কীচকৰ নাৰী সবে কান্দে বৰ শোকে ॥ ১৯২৫৭
সেহি সময়ত দুৰ্য্যোধনৰ চৰিয়া।
ৰাজ্যে ৰাজ্যে পাণ্ডৱৰ ফুৰৈ বাৰ্ত্তা লৈয়া ॥
এহি কথা শুনি মহা হৰিষিত ভৈল।
পাণ্ডৱক খুজি নপাই জনাইবাক গৈল ॥ ১৯২৫৮
হস্তিনাপুৰত ৰঙ্গে ৰাজা দুৰ্য্যোধন।
মহাসুখে যে ৰাজ্য কৰে শ্ৰীসিংহাসন ॥
ভীষ্ম গুৰু দ্ৰোণ কৃপ অশ্বত্থামা কৰ্ণ।
ঊনশত ভাই সমে ৰাজা দুৰ্য্যোধন ॥ ১৯২৫৯
সুশৰ্ম্মা নৃপতি সেই বিপুল সভাত।
আনো কুল বৃদ্ধ মন্ত্ৰী আছে যত যত ॥
আগবাঢ়ি চৰে গৈয়া জুৰি যোৰহাত।
আদেশ নৃপতি বুলি কহবৈ ৰাজাত ॥ ১৯২৬০
তোমাৰ আদেশে প্ৰভু ফুৰিলো সমস্তে।
উত্তৰ দক্ষিণ পূৰ্ব্ব পশ্চিম দিশতে ॥
অনেক প্ৰকাৰে আমি বিচাৰিলো ফুৰি।
কোথা গৈল পাণ্ডৱ নপাইলো খুজি লুৰি ॥ '৬১
শীত বাত ৰৌদ্ৰ বৃষ্টি সহিলো দুৰ্ঘোৰ।
দিন ভাগে ভিক্ষা মাগি ৰাত্ৰি ভাগে চোৰ ॥
শয়ন ভোজন স্নান পাণ্ডৱৰ কৰ্ম্ম।
লক্ষণ প্ৰভৃতি আমি জিজ্ঞাসিলো ধৰ্ম্ম ॥ ১৯২৬২
হাটে বাটে কুগ্ৰামে যে নগৰে ভুৱনে।
ব্ৰজে মঠে মণ্ডপে ফুৰিলো তপোবনে ॥
তপস্বী সন্ন্যাসী জটী ঋষিৰ আশ্ৰমে।
পৰ্ব্বত কন্দৰ ৰম্য গহ্বৰে দুৰ্গমে ॥ ১৯২৬৩
সিংহ ব্যাঘ্ৰ থাকৈ যৈত ভালুক বানৰ।
নিৰ্জ্জন থানত চাহিলওঁ নিৰন্তৰ ॥
নদীৰ তীৰত বৃক্ষলতাৰ সান্দিত।
পুণ্য তীৰ্থ আছৈ যৈত ভাৰত ভূমিত ॥ ১৯২৬৪
পঙ্কত কৰ্দ্দম দেখো আছে কি পিছলি।
পাণ্ডৱৰ খোজ চাহো নিহালি নিহালি ॥
হেন নাহি থান আৰ নচাহিলো তাক।
সিন্ধুৰাজ্য মৎস্যে ফুৰি গৈলো দ্বাৰকাক ॥ '৬৫
শ্ৰীমন্ত বৈকুণ্ঠ সম দেখিলো তাহাত।
যেহিমতে বাঞ্ছা কৰে সেহি পায় তাত ॥

* নিশ্খল—দুষ্ট।

ইন্দ্ৰ অম্ৰাৱতী যোনো নুহি তাক সম।
চৌপাশে সাগৰ গড় দেৱৰো দুৰ্গম ॥ ১৯২৬৬
নানাবিধ ফলে ফুলে বৃক্ষ সমাকুল।
পাৰিজাত আদি কৰি পায় সবে ফুল ॥
হাটি বাটি খুলি তাৰ নাহি আদি অন্ত।
গৃহময় দেখি বাহ্ৰ প্ৰহৰ পৰ্য্যন্ত ॥ ১৯২৬৭
হীৰ্ম্মাণি মাণিক শুদ্ধ সুবৰ্ণে ৰচিল।
দেৱ বিশ্বকৰ্ম্মে যাক প্ৰবন্ধে গঢ়িল ॥
সাৰথি আছে তৈত পাণ্ডৱ বৰ্জ্জিত।
সকলে দ্বাৰকাখান কৰি বিত বিত ॥ ১৯২৬৮
পৃথিৱীৰ মধ্যে ৰাজ্য আছে যত যত।
প্ৰবন্ধে ফুৰিলো আসি সিসব ৰাজ্যত ॥
সেতুবন্ধ ফুৰি আমি খুজিয়া নপাইলো।
দক্ষিণ সাগৰে পাচে পূৰ্ব্বক উজাইলো ॥ ১৯২৬৯
উদয়গিৰি কামৰূপ কৰিলো বিচাৰ।
ব্ৰহ্মাকুণ্ড হন্তে দুই লোহিতৰ পাৰ ॥
কিৰাট দুৰ্গম পথে ফুৰি কছাৰীত।
বিচাৰি নপাইলো প্ৰভো পৰ্ব্বতমালাত ॥১৯২৭০
নগা মিৰি ভোগ মিচি ৰাজ্যত পৰ্য্যটি।
মৎস্যৰাজা চাই আসি পাইলোহো উলটি॥
কথা এক তৈত প্ৰভু শুনিলো বিচিত্ৰ।
ত্ৰিগৰ্ত্ত ৰাজাৰ আনে চিন্তিলন্ত হিত ॥ ১৯২৭১
যাৰ হেতু সুখে নবসয় সিটো ৰাজ্য।
কুলস্ত্ৰীয়ে সাধিলা বেশ্যাৰ যেন কাৰ্য্য ॥
ইহান পৰম শত্ৰু আছিল যতেক।
গন্ধৰ্ব্বে মাৰিল আসি কীচকে শতেক ॥ ১৯২৭২
কিন্তু আমি পাণ্ডৱৰ নপাইলো অন্বেষ।
আৰে যিবা যুৱায় প্ৰভু কৰিয়ো আদেশ ॥
চৰৰ বচন শুনি ৰাজা দুৰ্য্যোধন।
বিমৰিষি বোলৈ সবে আছা পাত্ৰগণ ॥ ১৯২৭৩
চৰৰ বচন যেন শুনি আছা আক।
আৰে কি কৰিবো সবে বুলিয়ো আমাক ॥
তেৰ্হয় বৎসৰ গৈল গুচিল পাণ্ডৱ।
সুখে ৰাজ্য কৰো কিছো নাহি উপদ্ৰৱ ॥১৯২৭৪

মহাৰঙ্গে প্ৰজা মোত খাটে একচিত্তে।
নাহি সুখ শান্তি মোৰ পাণ্ডৱ থাকিতে ॥
প্ৰতিজ্ঞা সাম্ফল আসি হুইবে পাণ্ডৱৰ।
অল্প দিন আছে মাত্ৰ অজ্ঞাত বৎসৰ ॥১৯২৭৫
এৰে যদি এগোটাক পাওঁ পাণ্ডৱৰ।
তেৰেতো প্ৰতিজ্ঞা ভঙ্গ হোৱয় পূৰ্ব্বৰ ॥
বাহ্ৰয় বৎসৰ আৰো যাইবে বনবাসে।
পুনৰপি সবে ৰাজ্য পাইবো অপ্ৰয়াসে ॥ ১৯২৭৬
নুহি যদি আসে তেৰে মিলিবে সঙ্কট।
অকণ্টকা পৃথিৱীত মিলিবে প্ৰকট ॥
কৰ্ণে বোলে চৰিয়াৰ শাস্তি জানো ভাল।
কৰ্ণমানে সবাহাৰো ছিৰিয়োক গাল ॥ ১৯২৭৭
পাণ্ডৱৰ খতি খাই মিছা কথা কহে।
যত ধন পায়া আছে লৈয়োক আগ্ৰহে ॥
নোহে বান্ধি থৈয়োক বৰিষ পাঞ্চ সাত।
আনে যেন কেহো মিছা নকহে তোমাত ॥'৭৮
প্ৰকৃত চৰিয়া আৰ আছে কোন ভালা।
তোমাৰ কাৰ্য্যক যিবা নকৰয় হেলা ॥
কিছু ধন দিয়া তাক শীঘ্ৰে চলি যাউক।
ৰাজ্য ফুৰি সবে গৈয়া পাণ্ডৱক চাউক ॥ ১৯২৭৯
কৰ্ণক সম্মুখি মাতে দুষ্ট দুঃশাসন।
যতেক বুলিলা মানে কিছু নুহি কৰ্ণ ॥
অকাৰণে চৰিয়াক গৰ্জ্জস নুবুজি।
মৰিল পাণ্ডৱগণ কৈত পাইব খুজি ॥ ১৯২৮০
অন্ন বিনে শৰীৰে কতেক দুখ সহে।
আহাৰ নভৈলে বহ্নি শৰীৰক দহে ॥
নিৰাহাৰ ডৰে ভয়ে মৰিল পাণ্ডৱ।
আউৰ কৈত খুজি তাৰ পাইব মৰা শৱ ॥ ১৯২৮১
বাঘৰ ভয়ত যেন লুকান্ত হৰিণ।
নিতে নিতে পাণ্ডৱে সলান্ত পৰ্ব্ববন ॥
সঙ্কট কণ্টক বনে ফুৰে খালে জোঙ্গে।
কিবা সৰ্পে দংশিলেক খাইলে বাঘে যোঙ্গে ॥'৮২
কিবা নিশি সান্তৰিয়া পাৰ হন্তে গাঙ্গে।
মৰিল পাণ্ডৱ জানিলোহো সাঙ্গে সাঙ্গে ॥

কিবা ডৰে পলাই গৈল সাগৰৰ পাৰ।
আউৰ চৰে কেনে গই কৰিবে বিচাৰ ॥ ১৯২৮৩
এৰিয়োক চিন্তা ৰাজা গুচিল দুৰ্গতি।
আন যেন কাৰ্য্য লাগে কৰিয়ো যুগুতি ॥
দ্ৰোণে বুলিলন্ত ওবা নৃপতি কৌৰৱ।
একো কালে নমৰিব শ্ৰীমন্ত পাণ্ডৱ ॥ ১৯২৮৪
মহাবল বুদ্ধিমন্ত জ্ঞানে ৰাজনয়।
পণ্ডিত মহন্ত সন্ত সবে মহাশয় ॥
সময় নিয়ম ধৰ্ম্ম সমস্তে জানন্ত।
ছদ্মৰূপে থাকে সবে আনে নিচিন্তয় ॥ ১৯২৮৫
হেন জানা তাসম্বাৰ গুচিল অপায়।
কালকেসে আপেক্ষিয়া আছে বাট চাই ॥
আমাৰ বচন যদি শুনা নৰেশ্বৰ।
পাণ্ডৱক লাগি গৃহ সজায়ো সত্বৰ ॥ ১৯২৮৬
যুধিষ্ঠিৰ ৰাজা তান্ত সৰ্ব্বলোকে বশ্য।
পুনৰপি ৰাজলক্ষ্মী লভিবে অৱশ্য ॥
বিশেষত তোমাৰ হোৱন্ত শ্ৰেষ্ঠ ভাই।
তেহে সমে তোমাৰ কন্দল নুযুৱায় ॥ ১৯২৮৭
পাণ্ডৱ সহিতে থাকিবা নিৰ্দ্বন্দ্বে।
একো কালে তোমাক নপাইবে একো মন্দে ॥
আমি হিত বোলো যদি নুৰুচে তোমাৰ।
পুনৰপি যাউক লাগে পাখিয়োক চৰ ॥ ১৯২৮৮
ৰাজাক সম্বুধি ভীষ্মে বুলিলন্ত পাচে।
নমৰিল পাণ্ডৱ নিশ্চয়ে বোলো আছে ॥
দ্ৰোণে যত বুলিলন্ত সকলে উচিত।
প্ৰাকৃত চৰিয়া তাৰ নুবুজে চৰিত্ৰ ॥ ১৯২৮৯
প্ৰতিজ্ঞা সাফলি আসি হৈবেক বিদিত।
যেবে চৰ পঠাইবাহা পঠায়ো পণ্ডিত ॥
সম্প্ৰতি অজ্ঞাত যৈত আছন্ত পাণ্ডৱ।
দিনে দিনে দান ব্ৰত হৈবে মহোৎসৱ ॥ ১৯২৯০
তহিতে হৈবেক প্ৰজা বৈষ্ণৱ ধৰ্ম্মজ্ঞ।
দেৱপূজা সব হুইব প্ৰৱৰ্ত্তিব যজ্ঞ ॥
টৈটন টামন লোক নুহিব ৰাজ্যত।
শুভ স্বস্তি ব্ৰাহ্মণৰ শুনিবা নিশ্চিন্ত ॥ ১৯২৯১
শুভ বায়ু বহিবেক গগন নিৰ্ম্মল।
চন্দ্ৰ সূৰ্য্য জ্যোতিমন্ত হুইবেক অনল ॥
গোসব সম্পজিব দধি দুগ্ধ ঘৃত।
পৌৰাণিক ধৰ্ম্ম কথা কহিব তহিত ॥ ১৯২৯২
শোক ভয় দুঃখ পীড়া নুহিবে মৰক।
শ্ৰীমন্ত উজ্জ্বল সবে দেখিবে লোকক ॥
ৰসৱতী হুইবে ফল গন্ধৱতী পুষ্প।
আলি মঠ মণ্ডপ দেখিবা ধৰ্ম্মযূপ ॥ ১৯২৯৩
দীঘি পুষ্কৰিণী সব দেখিবা উদ্যান।
নানাবিধ ৰঙ্গ ঢঙ্গ হুইবে থানে থান ॥
অতিথিক পৰিচৰ্য্যা কৰিব গৃহস্থ।
যাৰ যেন জাতি ধৰ্ম্ম কৰিব সমস্ত ॥ ১৯২৯৪
লজ্জাৱন্ত ক্ষমাৱন্ত হুইবে সৰ্ব্বলোক।
সংক্ষেপ পদত কত কহিবো আছোক ॥
নীতিমন্ত গুণৱন্ত পুণ্যৱন্ত সন্ত।
ছদ্মৰূপে আপোনাৰ সময় পালন্ত ॥ ১৯২৯৫
কদাচিতো মৃত্যু ভয় নাহি পাণ্ডৱৰ।
হেন জানি ৰাজা যেন যুৱাই তাকে কৰ ॥
কৃপায়ো বোলন্ত শুনিয়োক নৰনাথ।
ভীষ্মে দ্ৰোণে যত লাগে কহিলো তোমাত ॥'৯৬
তথাপিতো বোলো যদি মনে চিতে আটে।
পাণ্ডৱৰ লাগি গৃহ সজায়োক ঝাণ্টে ॥
আপুনি পণ্ডিত সবে জানা ৰাজনয়।
পাণ্ডৱক যে শ্ৰী আসি ভৈলেক উদয় ॥ ১৯২৯৭
ধৰ্ম্মবলে আছে গুপ্তে ছদ্মবেশ ধৃত।
প্ৰাকৃত চৰিয়া তাৰ নুবুজে চৰিত ॥
দেৱবীৰ্য্যে সবে বীৰ বাসৱ সদৃশ।
কি কৰিব সিংহ ব্যাঘ্ৰ ভালুক মহিষ ॥ ১৯২৯৮
কোনে বোলে বনবাসে পাণ্ডৱ মৰিব।
সময় যে ভৈলে আসি ঐত লাগ পাইব ॥
হিত বোলো আক নুবুজাহা বলাবল।
সুখে ৰাজ্য নেদা যেবে লাগিব কন্দল ॥ ১৯২৯৯
তাক লাগি আপুনি চিন্তিয়ো নৰপতি।
দানে মানে বাকে লাগে কৰা মিত্ৰৱতি ॥

মৎস্যৰাজৰ পালৰ গৰু হৰণ

সুশৰ্ম্মা বদতি ৰাজা এৰিয়োক কাজ।
কীচক মৰিল আৰো মাৰো মৎস্যৰাজ ॥ ১৯৩০০
গৰুগণ আছে তাৰ পালৰ ভিতৰ।
ধনে জনে ৰাজ্যখান সম্পুৰ্ণ মৎস্যৰ ॥
আছিল পাপিষ্ঠ কীচকৰ শত ভাই।
অনেক ৰাজ্যক মাৰি কৰি এক ঠাই॥ ১৯৩০১
আমাকো পাপিষ্ঠে পীড়া কৰিছে অনেক।
লুটি পুটি ৰাজ্যখান সবে ভাঙ্গিলেক ॥
সেহি মৎস্যে ৰাজ্য কৰে কীচক সহিতে।
ৰাজ্য চাৰি আসিলোহো তাহাৰ নিমিত্তে ॥'২
কীচকেসে জানো তাৰ আছিল মুনিষ।
তাহাৰেসে প্ৰতাপে কাপিল দশোদিশ ॥
কীচক মৰিল আৰো নাহি বলদৰ্প।
কি কৰিতে পাৰে বুঢ়া দান্ত ভাঙ্গা সৰ্প ॥১৯৩০৩
তুমি আমি আসা আজি চপকৰে যাওঁ।
ধন ধান্য ৰত্ন লুড়ি আনো সবে খাওঁ ॥
অনেক সহস্ৰ ধেনু আছে ভাল ভাল।
আসা লুড়ি-পুৰি আনো চলিয়ো সকাল ॥ '৩০৪
খেদি যুদ্ধ দেই যদি মাৰিবো কটক।
বন্দী কৰি আনো ধৰি বুঢ়া বিৰাটক ॥
বাহুবলে ৰাজ্যখান কৰি একছত্ৰ।
ময়ো এবে বসো গই আপুন ৰাজ্যত ॥ ১৯৩০৫
যুদ্ধে জিনি ৰাজ্যখান কৰিয়োক দৈন্য।
তেবেতো বিস্তৰ পাইবা হস্তী ঘোঁৰা সৈন্য ॥
তেবেতো তোমাৰ হৈব অসংখ্যাত প্ৰজা।
ৰাজ-ৰাজেশ্বৰ তুমি হৈবা মহাৰাজা ॥ ১৯৩০৬
কৰ্ণে তাক অনুমানি বুলিলা ৰাজাক।
কি কৰিব হীনবল পাণ্ডৱে আমাক ॥
ঠনগণ পাঞ্চগোটা আজি থাইবে নাই।
বনৰ বানৰ যেন ভিক্ষুক পৰায় ॥ ১৯৩০৭
তাৰ হুই কোন জনে প্ৰাণ উছৰিবে।
পৰৰ প্ৰাক্কত কিয় পৰে জানু দিবে ॥
আৰো নতু হোবে তাৰ প্ৰতিজ্ঞা পূৰণ।
কিবা ডৰে মৰি গৈল যমৰ কৰণ ॥ ১৯৩০৮
অনাগত চিন্তা ৰাজা এৰিয়োক আক।
ভালে সে বুলিলা ৰাজা সুশৰ্ম্মা তোমাক ॥
আসা মৎস্য নৃপতিক মাৰি আনো গই।
সিয়ো ৰাজ্যখান বশ্য কৰি এৰো গই ॥ ১৯৩০৯
তেবেতো তোমাৰ সম হুইবে আসি কোনে।
কৰিয়ো সম্মত এহি ভীষ্মে কৃপে দ্ৰোণে ॥
ৰাজা বোলে দুঃশাসন ভ্ৰাতৃ যুৱৰাজ।
ভীষ্ম পিতামহ সমে ঝাণ্টে সৈন্য সাজ ॥ ১৯৩১০
দুঃসহ দুৰ্ম্মুখ জয় দুৰ্জ্জয় বিকৰ্ণ।
চিত্ৰসেন বিবিংশতি সাজা বীৰগণ ॥
কৰ্ণ কৃপ গুৰু দ্ৰোণ সাজা অশ্বত্থামা।
আপুনাৰ সৈন্য সাজি চলিয়ো সুশৰ্ম্মা ॥ ১৯৩১১
দক্ষিণ দিশৰ সবে আনা আজি গাই।
ত্ৰিগৰ্ত্তৰ পথে তুমি সাজি চলি যাই ॥
যত গৰু আছে মৎস্যনৃপতিৰ জানা।
দক্ষিণৰ পাল যত তুমি সবে আনা ॥ ১৯৩১২
কালি প্ৰভাততে আমি চপকৰে যাওঁ।
উত্তৰ পালৰ মানে আনো যত পাওঁ ॥
হেনয় আলচ কৰি সাজিয়া কটক।
দুই ভিতি দুই ধাৰ দিবে বিৰাটক ॥ ১৯৩১৩
সপ্তমীৰ আগদিনা নৃপতি ত্ৰিগৰ্ত্ত।
আপুনাৰ সৈন্য লৈয়া গৈলা দক্ষিণত ॥
যত গৰু আছিলেক মৎস্যৰ ৰাজ্যত।
লুটি পুটি গোৱালক খেদিল সমস্ত ॥ ১৯৩১৪
দক্ষিণ ভাগৰ সবে আনিলা পালক।
অষ্টমীত কুৰুবলে গৈলা উত্তৰক ॥
বৈশম্পায়নে কহে জন্মেজয়ৰ আগত।
আছন্ত পাণ্ডৱ তৈত সেহি সময়ত ॥ ১৯৩১৫
সবে ছদ্মৰূপে সেৱা কৰন্ত ৰাজাৰ।
পাণ্ডৱক লাগি আৰ নাহি দ্বাৰ বাৰ ॥
ধৰ্ম্ম ভীম সহদেৱ দুৰ্জ্জয় নকুল।
কীচকক মাৰি এবে এহি সবে মূল ॥ ১৯৩১৬

চাৰি ভাই নৃপতিৰ চাৰি মহাপাত্ৰ।
অজ্ঞাতবাসৰ আৰে আছে অল্প মাত্ৰ॥
সভামধ্যে মৎস্যৰাজা আছে ৰঙ্গে বসি।
পাত্ৰে পুত্ৰে মন্ত্ৰীবৰ্গে আছন্ত উপাসি॥ ১৯৩১৭
লৰৰন্তে আগ হুয়া জনাইল গোৱাল।
ত্ৰিগৰ্ত্ত ৰাজায়ে প্ৰভু লুটি নেই পাল॥
কৰে ডাঙ্গ ধৰি তাক আমি সবে ধাইলো।
তাহাত বিস্তৰে পাই আমাক ভঙ্গাইল॥ ১৯৩১৮
কাকো ধৰি বান্ধি নেই পলাইলাহা কেৰ।
হেন জানি যেন যুৱাই কৰা নৰদেৱ॥
শুনা সভাসদ পদ ভাৱত পয়াৰ।
বোলা ৰাম ৰাম হৌক পুৰুষ উদ্ধাৰ॥ ১৯৩১৯

---

সুশৰ্ম্মাৰ লগত মৎস্যৰাজৰ যুদ্ধ

**তুলড়ী**

এতেক বচন শুনি গোৱালৰ
ক্ৰোধিলেক মৎস্যৰাজা।
পাত্ৰ যে লোকক চাই আদেশিলা
ঝাণ্ট কৰি সৈন্য সাজা॥
নিলাজ নিৰ্গত পাপিষ্ঠ ত্ৰিগৰ্ত্ত
নৃপতি এহি সুশৰ্ম্মা।
বাৰে বাৰে মোক দেখি জোকাৰয়
গৰুচোৰ ক্ৰুৰকৰ্ম্মা॥ ১৯৩২০
পূৰ্ব্বত ব্যাধিৰ ঔষধ নিদিলো
বাঢ়ি ভৈল অচিকিৎচ।
কতো দিন মানে সঙ্কুকি আছিল
তুনাই আসি ভৈল নীচ॥
বিষ গাছ কাটি সমূলে উৎপাতি
মুতুলিয়া শিয়া মূল।
সৰ্পগোটা মাৰি দয়া সম্পজিল
জীয়াইয়া থৈলো লাঙ্গুল॥ ১৯৩২১
বলে পাৰি আটি খেদিলো নাকাটি
ৰাজ্যৰ কৰি উচ্ছেদ।
দিন কতিপয় সঙ্কোচি আছিল
লগাইলা তুনাই বিবাদ॥
আজি যদি এৰে খেদি লাগ পাওঁ
পলাই যাইবে কতোদূৰ।
সমুখ সমৰে সৰ্পমুখ শৰে
মাৰি পেলো যমপুৰ॥ ১৯৩২২
মুহি আজি ধৰি থৈবো বন্দী কৰি
কাঠৰ শালত নিয়া।
ঝান্তে পাত্ৰ লোক সৈন্য সাজিয়োক
নিশানত বাৰি দিয়া॥
মুখ্য মুখ্য বীৰ চলা আগুৱান
আপুনাৰ সৈন্য লই।
আমাৰ আদেশ সবাতে জনাইবা
কেহো যেন নথাকয়॥ ১৯৩২৩
কঙ্ক বল্লভক গোপ গ্ৰন্থিকক
চাৰিয়ো বীৰ সদৃশ।
অনুমানে জানো চাৰিয়ো হুইবেক
যুদ্ধত বৰ মুনিষ॥
কৈৰ শতানীক ইসব চাৰিক
দিয়ো ধনু শৰ ৰথ।
সুবৰ্ণ সন্নাহা চাৰিকো দিবাহা
মোহোৰ যাইবে লগত॥ ১৯৩২৪
ৰাজাৰ বচন শুনি পাত্ৰগণ
নিশানত দিয়া বাৰি।
হস্তী ঘোঁৰা পাইক পৃথিবী চানিয়া
বাজ ভৈলা ডৰডৰি॥
অনেক সহস্ৰ ৰথ সাজি লৈয়া
উচ্চৈঃশ্ৰৱা সম ঘোৰে।
সবে বায়ু সমে ৰঙ্গে তুৰঙ্গমে
যেন আকাশত উৰে॥ ১৯৩২৫
সুবৰ্ণে ৰচিত পতাকা চিৰল
উপৰত দিলা ধ্বজে।
কতো সিংহ ৰাব কৰয় উৰাৰ
কতো কতো মত্ত গজে॥

মহাৰথীগণ ৰথত চৰিল
সন্নাহা* চৰাইলা গাৱে।
কৰযোৰে বোলে ৰাখিবা গোসাঁনী
ৰণচণ্ডী দেবী মাৱে ॥ ১৯৩২৬
বজ্র সম দণ্ড সুবর্ণ কৱচ
ৰত্নে জ্বলে চিকিমিকি।
ৰাজাৰ সোদৰ কনিষ্ঠে সন্নাহা
পিন্ধি গৈলা শতানিকী ॥
সুবর্ণ সন্নাহা আতি অনুপাম
সূৰ্য্যৰ সম প্ৰকাশ।
হেনয় সন্নাহা পিন্ধি সাজ ভৈলা
তাৰ ভাই মন্দিৰাশ ॥ ১৯৩২৭
সুবর্ণৰ শত পদ্ম দিল তাত
হেন জ্বলে তাৰা শত।
অপৰ কনিষ্ঠে সন্নাহা ৰত্নৰ
পিন্ধি ভৈল সূৰ্য্যদত্ত ॥
শুদ্ধ সুবর্ণৰ সন্নাহা বিচিত্র
সূৰ্য্য সম জ্যোতি কৰে।
বিৰাটৰ জ্যেষ্ঠ তনয়ে পিন্ধিল
শঙ্খ নামে ধনুৰ্দ্ধৰে ॥ ১৯৩২৮
ৰাজাৰ আদেশে চাৰি পাণ্ডৱক
ৰথ দিলা চাৰি খণ্ড।
বিচিত্ৰ সন্নাহা ধনুকাণ্ড খাণ্ড
উচ্ছ্ৰিত প্ৰবল দণ্ড ॥
নানা ৰত্নময় জ্বলন্তে আছয়
সূৰ্য্য সম জ্যোতিস্কাৰ।
মৎস্যৰাজা এহি কৱচ পিন্ধিলা
ষাঠি মুনিষৰ ভাৰ ॥ ১৯৩২৯
সুবর্ণ মাণিক ৰথখান সাজি
সাৰথি যোগাইলা আনি।
তাতে চৰি ৰাজা যুদ্ধক লৰিল
সৈন্য সমে দিশ চানি ॥

ৰাজাৰ পাচত চাৰিয়ো পাণ্ডৱ
চৰিয়া চাৰি ৰথত।
কৰে ধনুৰ্ব্বাণ কৰিলা পয়াণ
সচল চাৰি পৰ্ব্বত ॥ ১৯৩৩০
হস্তী যূথ চলে মাহুতে চলাৱে
যেন কাল মেঘদল।
চাবুকৰ কোবে ঘোঁৰা নিকলিল
ভূমি কৰে টলবল ॥
ঢাক ঢোল শঙ্খ নিশান বজাৱে
শব্দ গৈল দশোদিশ।
ডৰে জীৱজন্তু বনত লুকাইল
সবে ভৈল উসমিস ॥ ১৯৩৩১
পদাতি কটক চলে আগুৱান
গোৱালে দেখাৱে পথ।
ধনুৰ টঙ্কাৰ শুনি বাৰুচাট
বোলে আগে আসে ৰথ ॥
হেন আড়ম্বৰে সবে চপকৰে
চলি গৈলা ৰথীবৃন্দ।
যেন বৃত্ৰাসুৰে মাৰিবে প্ৰবন্ধে
ত্ৰিদশে সহিতে ইন্দ্ৰ ॥ ১৯৩৩২
খেদন্তে খেদন্তে ৰবি অস্ত যান্তে
সন্ধ্যা বেলা পাইলা গই।
কাট মাৰ বুলি বেঢ়ি ৰিঙ্গ দিল
হেৰ পলাই গৰু লই ॥
এহি বুলি মৎস্য কটকে বেঢ়িল
ত্ৰিগৰ্ত্তে ধাইল উলটি।
কাণ্ডে খাণ্ডে জোঙ্গে দুয়োদলে খঙ্গে
লাগি গৈল কটাকটি ॥ ১৯৩৩৩
ৰাহুতে ৰাহুতে মাহুতে মাহুতে
পদাতিয়ে পদাতিক।
মহাৰথাগণে ধাইল অন্যো অন্যে
হস্তীয়ো ধাইল হস্তীক ॥

* সন্নাহা—বগুৰাৰ কৱচ।

গদা মুদগৰ পৰিঘে কোবাবে
যেহি যাক চল পাৱে।
উৰু শিৰ ভুজ কৌতুকে ছেদয়
কতো পৰশুৰ ঘাৱে ॥ ১৯৩৩৪
শকতি অঙ্কুশ তোমৰ যে যাঠী
মাৰে ভূষণ্ডীৰ বাৰি।
কতো খাণ্ডা ধৰি দুয়ো হাতে কাটে
বাকুয়ে পেলাই আছাৰি ॥
কেহো চক্ৰবাণে দূৰতে ছেদয়
কতো মাৰে শূলে হানি।
ৰাহুতসকলে ধনুগুৰ্ণ দিয়া
ভূমিত পেলাৱে টানি ॥ ১৯৩৩৫
পৰিঘৰ ঘাৱে মাজতে ছিণ্ডই
ঘোঁৰাৰ কাটয় গোচ।
মৎস্যক ত্ৰিগৰ্ত্তে কাটে সেহিমতে
কেহো কাকো নুহি উচ ॥
কেহো তীক্ষ্ণতৰ গদাৰ প্ৰহাৰে
হস্তীৰ কাটয় শুণ্ড।
সহস্ৰ সংখ্যাত শেলৰ জাকত
কতো ফুটি মৰে ভুণ্ড ॥ ১৯৩৩৬
কাহাৰো বস্ত্ৰত ধৰন্তে ভৰ্চ্ছয়
ধৰি মাৰে কোপে বাণ।
কাৰো কটি কন্ধ ওষ্ঠ কণ্ঠ বক্ষ
ফুটি মৰে মৰ্ম্মস্থান ॥
শনাইত তীখাল বৈৰ অন্তকাল
সৰ্প সম খুৰ শৰে।
সাৰথি সহিতে ৰথীক তহিতে
মাৰি পেশে যমঘৰে ॥ ১৯৩৩৭
কতো অঙ্গভঙ্গ চৰিয়া মাতঙ্গ
পৰিয়া পাৱ আছাৰে।
ছত্ৰ চিহ্ন দণ্ড ভৈল খণ্ড খণ্ড
শৰ চোটে ছিণ্ডি পৰে ॥
কতো পাচ ভৰি চৰৰে লৰৰি
গিৰগিৰ ভূমিচাল।

চতুৰ্দ্দিশে ৰোল ধৰ মাৰ টোল
কাট কাট কোলাহল ॥ ১৯৩৩৮
ক্ৰোধে অৰ্দ্ধচন্দ্ৰে কাৰো শিৰ ছেদে
কাৰো অৰ্দ্ধ মাথা তুণ্ড।
কতকৰ শৰে পৃথিৱী ঢাকিল
গড়াগড়ি পাৰে মুণ্ড ॥
কাৰো নাশা দন্ত দুয়ো কাণ হাত
কাটে কটি জানু অঙ্গ।
মাংসে যে কৰ্দ্দম ভৈলা আঠু সম
ৰুধিৰে বহৰে গাঙ্গ ॥ ১৯৩৩৯
হেন ভয়ঙ্কৰ মিলিল সমৰ
দুয়োদলে বিপৰীত।
হস্তী ঘোঁৰা ৰথ পৰিলেক যত
তাৰ নাই পৰিমিত ॥
পদাতি সৈন্যক কোনে লেখিবেক
সাৰথি ৰথী মাহুত।
অবিশ্ৰান্তে দূতে নেহেন্তে যোগান্তে
ভাগৰিল যমদূত ॥ ১৯৩৪০
ভূঞাৰ মধ্যত প্ৰবল কুলত
আছিলন্ত শিৰোমণি।
শ্ৰীদউল দখা গ্ৰাম নামে জানি
আছিল সত্য ভৱনি ॥
নিজ কালবশে আয়ু অৱসানে
মৃত্যুৰ সমীপ জানে।
ঈশ্বৰৰ নাম স্মৰণ কৰিয়া
চলিলা বিষ্ণুভৱনে ॥ ১৯৩৪১
জ্ঞানী মধ্যে সাৰ তাহানে প্ৰৱৰ
শ্ৰীমন্ত গাভৰুখা নাম।
হৰিপদ সেৱি মহা যত্ন কৰি
ৰচিলা পদ উপাম ॥
বিৰাট পৰ্ব্বৰ পদ মনোহৰ
শুনা সবে কৰ্ণভৰি।
পাপ হৈব ক্ষয় পুণ্যৰ উদয়
ঘুষিয়োক হৰি হৰি ॥ ১৯৩৪২

### সুশৰ্ম্মাৰ যুদ্ধ

#### পদ

সন্ধ্যা সময়ত যেন ভৈল মহাযুদ্ধ।
কমল পুষ্পৰ বন্ধু অস্ত গৈল সূৰ্য্য ॥
কৃষ্ণা যে অষ্টমী তিথি গ্ৰীষ্ম সময়ৰ।
ঘোৰ কালৰাত্ৰি যুদ্ধ লাগিল ডাঙ্গৰ ॥ ১৯৩৪৩
নিয়মে সমৰ লাগিলেক হুলস্থুল।
উথল মাথল যুদ্ধ লাগিল তুমুল ॥
অন্ধকাৰ নিশি নজানয় পূৰ্ব্বাপৰ।
ত্ৰিগৰ্ত্তক মৎস্যে পাই বোলে তই কোন ॥ '৪৪
মাতবোল বুজি বোলে এহিটো পৰাঠ।
ধৰ ধৰ মাৰ মাৰ ভেটি কাট কাট ॥
মৎস্যকো ত্ৰিগৰ্ত্তে যেবে চলে বলে পাৱে।
হৰিণ পশুক যেন বেঢ়িয়া কোবাৱে ॥ ১৯৩৪৫
কতো মৎস্যে আপুনাকে তই কোন বুলি।
কাট কাট বুলি খেদি যায় খাণ্ডা তুলি ॥
নিজ বাক্য বুজি বোলে আপুনাৰ লোক।
ভালেতো গোসানী আজি ৰাখিলেক তোক ॥ '৪৬
ত্ৰিগৰ্ত্তেয়ো ত্ৰিগৰ্ত্তক আপুন নজানি।
কাটিবাকো খোজে কাৰো চুলে ধৰি আনি ॥
মাত বুজিলেসে বোলে কিয় কাট তই।
নকাট ককাই এৰা এৰা ভাই মই ॥ ১৯৩৪৭
মৎস্যৰ সেনাক পাইলে কাটয় নুপুছি।
ত্ৰিগৰ্ত্তক মৎস্যে পাইলে মাৰে শূলে খুছি ॥
মুষলৰ কোবে মুণ্ড ভাঙ্গি কৰে চুৰ।
যেন মহাযুদ্ধ ভৈল পূৰ্ব্বে দেৱাসুৰ ॥ ১৯৩৪৮
কতো শতে পঁচিশে পঞ্চাশে হুয়া সাজু।
জিত কৰি নিশবদে লৈয়া থাকে বাজু ॥
ছলে পাইলে ত্ৰিগৰ্ত্তক ধৰি দশে কুৰি।
মাৰ মাৰ বুলি বেঢ়ি মাৰে লাথি গুৰি ॥ ১৯৩৪৯
কৈৱৰ্ত্তা গোৱাল নিয়া বন্দী কৰি থৈয়ো।
নাকাটিতে কিলাই আতে গৰু সাধি লৈয়ো ॥
কেহো বোলে কাটিবে নলাগে এহি ভাল।
শৃগালৰ মুখে কৈত ফাড়ি আছে জাল ॥ ১৯৩৫০
বাজা গৰু নেদে কোন চৰে গৰু দিব।
গৃহস্থৰ পাল কেনে লাৰিকে বিকিব ॥
এহি বুলি একে ঠাইতে কাটি কৰে দাম।
হেন অনিয়ম ভৈলা দাৰুণ সংগ্ৰাম ॥ ১৯৩৫১
কতো মত্ত হস্তী খেদে দান্তে দান্তে ভিৰি।
শুণ্ড তুলি পেলাই মাৰি আছাৰি পিছাৰি ॥
কটো কটা ঘোটকত উজন্তি পৰয়।
সহস্ৰ সংখ্যাত হস্তী ঘোৰে গৰকয় ॥ ১৯৩৫২
হাড় মুৰ ভাঙ্গি সবে হোৱে মষিমুৰ।
এহিমতে মৰি কতো গৈল যমপুৰ ॥
মহাৰথীগণে দেখি ভৈলেক বিস্ময়।
কাক শৰ কৰিবে নাহিকে পৰিচয় ॥ ১৯৩৫৩
নাকলিয় ছত্ৰচিহ্ন কাৰ কোন ৰথ।
কোন বা মৎস্যৰ সেনা কোন বা ত্ৰিগৰ্ত্ত ॥
অন্ধকাৰ নিশিত মিসল ভৈল দুই।
এহি বুলি বীৰগণে এক ভিতি হুই ॥ ১৯৩৫৪
হেন ঘোৰযুদ্ধে নিশি গৈল ডেৰ পৰ।
মৰিল অনেক সেনা ত্ৰিগৰ্ত্ত মৎস্যৰ ॥
ৰণ এৰি দুয়োদলে বোলাবুলি কৰি।
দণ্ড দুই মানে নিশি জিৰাইল ভাগৰি ॥ ১৯৩৫৫
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
সাত ঘটি নিশা অন্তে চন্দ্ৰৰ উদয় ॥
অন্ধকাৰ নিশি যেবে ভৈলেক প্ৰসন্ন।
পুনৰপি দুয়োদলে কৰিলেক ৰণ ॥ ১৯৩৫৬
ৰথীয়ে ৰথীক ধাইল ৰাহুত ৰাহুতে।
সেনাপতি পদাতি কটেক এহিমতে ॥
নিয়ম সমৰ ভৈল নাহি আউল জাউল।
ছত্ৰচিহ্ন দণ্ড তুলি নচুৰাৱে গাউল ॥ ১৯৩৫৭
শঙ্খ ভেৰি কাংস্য বাজে ঊৰ্ম্মিৰ জোকাৰ।
কৰে চাপ ধৰি বীৰে কৰয় টঙ্কাৰ ॥
মৎস্যৰ বেহুত আসি পশিয়া ত্ৰিগৰ্ত্ত।
অনেক কটক খেদি মাৰিল বণত ॥ ১৯৩৫৮

গদা মুদগৰ শেল শকতিৰ জাক ।
পৰিঘ পাট্টিশ ঘাৰে মাৰয় সেনাক ॥
শৰবৃষ্টি কৰিল নিসন্ধি কৰি চাপি ।
বাৰিষাৰ মেঘ যেন বৰিষে বিয়াপি ॥ ১৯৩৫৯
সহিবে নোৱাৰি সবে মৎস্যৰ কটক ।
ৰণ এৰি পলাই হস্তী পদাতি ঘোটক ॥
মহাৰথীগণ ডৰে পলাইবাক মন ।
হেন দেখি মৎস্যৰাজে বাঢ়ি দিলে ৰণ ॥ ১৯৩৬০
আগ ভৈল শতানীক বীৰ সূৰ্য্যদত্ত ।
মদিৰাস্য বীৰ মৎস্যৰাজাৰ পাচত ॥
কৰে চাপ ধৰি এহি চাৰি মহাৰথী ।
কদলী বনত যেন পশি চাৰি হস্তী ॥ ১৯৩৬১
শৰ হানি মাৰে সবে ত্ৰিগৰ্ত্ত সেনাক ।
ৰথী ৰথ পদাতি সাৰথি ঘোটকক ॥
উৰু শিৰ নাসা হস্ত কাটিলেক গ্ৰীৱ ।
হৃদয়ত পশি কাৰো শঙ্কলিল জীৱ ॥ ১৯৩৬২
কাটি ওপোচাইলা মুণ্ড ৰণস্থলী ৰঞ্জি ।
যেন পদ্মবন হস্তী পেলাইলে উভঞ্জি ॥
একশত ৰথক মাৰিলা শতানীক ।
তিনি শত ঘোঁৰা আৰো ৰথ তিনি শত ॥১৯৩৬৩
ছয় শত ঘোঁৰা আৰো ৰথ তিনি শত ।'
সম্মুখ সমৰে মাৰিলেক সূৰ্য্যদত্ত ॥
পঞ্চশত ৰথ মাৰি নৃপতি বিৰাট ।
নৱশত ঘোঁৰাক পেশিলা যমবাট ॥ ১৯৩৬৪
চাৰিশত ৰথক মাৰিলা মদিৰাস্য ।
দেখি ত্ৰিগৰ্ত্তৰ বৰ মিলিল তৰাস্য ॥
তেৰ শত ৰথক মাৰিলা চাৰি ভাই ।
পদাতি সৈন্যৰ তাৰ লেখা জোখা নাই ॥ ১৯৩৬৫
ৰাহুত মাহুত হস্তী ঘোঁৰা সমন্বিতে ।
কতেক মাৰিলা তাৰ নাই পৰিমিতে ॥
শোণিতে কৰ্দ্দমে মাংসে ভৈল ৰণস্থলী ।
দেখি ৰাজা সুশৰ্ম্মায়ে ক্ৰোধে গৈলা জ্বলি ॥ '৬৬
হস্তীৰ বিক্ৰমে যেন খঞ্জিল কেশৰী ।
বায়ুবেগে ৰথে চৰি ধাইল ধনু ধৰি ॥
আগবাঢ়ি বোলে অৰে শুন মৎস্যৰাজা ।
ক্ষুদ্ৰ পিম্পৰাক যেন কিয় মাৰ প্ৰজা ॥ ১৯৩৬৭
আৱে গহ আছে যেৱে যুদ্ধ দিয়া মোক ।
সম্মুখ সমৰে মাৰি পেশো যমলোক ॥
তোৰ কালযম হেৰা আসি আছো সাজি ।
গোতবৰ দেৱ মই দেখাইবোহো আজি ॥ ১৯৩৬৮
গৰ্ব্বিত বচন হেন শুনি সুশৰ্ম্মাৰ ।
ক্ৰোধে মুখ বহ্নি সম বিৰাট ৰাজাৰ ॥
আকৰ্ণ পুৰিয়া বীৰে ধনুখান টানি ।
ভেদিল অনেক শৰে সুশৰ্ম্মাক হানি ॥ ১৯৩৬৯
সুশৰ্ম্মাক মাৰিলা অনেক শত শৰ ।
দুহানো শৰীৰে তেজ বহয় বিস্তৰ ॥
বসন্ত কালত যেন ফুলিল অশোক ।
আকাশ চানিয়া যুদ্ধ চান্ত দেৱলোক ॥ ১৯৩৭০
অৰ্দ্ধচন্দ্ৰ বিপাত বৰিষে ক্ষুৰধাৰ ।
দুইৰ শৰে কতোদূৰ ভৈল অন্ধকাৰ ॥
শ্ৰাৱণমাসৰ যেন মেঘাকুল ৰাতি ।
নাকলিয় তাৰাগণ চন্দ্ৰৰ জেউতি ॥ ১৯৩৭১
সেহিবেলা মৎস্যৰাজা ক্ষুৰ দশবাণে ।
সুশৰ্ম্মাৰ গাৱত হানিলা বৰ টানে ॥
কুৰি শৰে ৰথ ৰক্ষা সাৰথি ঘোঁৰাক ।
আৰো কুৰি শৰ লৈয়া বোলে থাক থাক ॥ '৭২
এহি শুনি সুশৰ্ম্মা বোলয় কাৰ্য্য বুজি ।
আন যুজি কতোবেলি থাকিবোহো যুজি ॥
আছাৰি পেলাইলা ধনু ক্ৰোধে বহ্নি প্ৰায় ।
গদা ধৰি ৰথহন্তে নামি গৈলা ধাই ॥ ১৯৩৭৩
কৰে ধনু ধৰি যেন কালান্তক যম ।
বিষাদ শবদে খেদি গৈলা বায়ু সম ॥
ৰাজাক ধাইবাৰ দেখি সৈন্য সবে ধাইল ।
অস্ত্ৰৰ জাকত মৎস্যৰাজাক ভঙ্গাইল ॥ ১৯৩৭৪
হেন দেখি মৎস্যৰাজা দিলা শৰজাক ।
মহাবলা সুশৰ্ম্মায়ে নগণিলে তাক ॥
ভয়ঙ্কৰ গদাগোট দুই হাতে ধৰি ।
নিৰ্ঘাত শবদে কোব উপৰক কৰি ॥ ১৯৩৭৫

ডেৱ দিয়া মৎস্যৰাজা পৰিলা ভূমিত ।
সাৰথি সহিতে ৰথ ভৈল চূৰ্ণীকৃত ॥
হৰিণ গোটক যেন বাঘে গৈয়া ধৰি ।
দুই হাতে নৃপতিক ধৰি কোলা কৰি ॥ ১৯৩৭৬
আপুনাৰ ৰথে তাক তুলি শীঘ্ৰে লই ।
ৰণে জিনি সুশৰ্ম্মা পলাইল গৰু লই ॥
নৃপতি পৰিল বুলি মৎস্যৰ কটক ।
ব্যূহভঙ্গে পলাই সবে নচাইল পাচক ॥ ১৯৩৭৭
বৰ চোটে সমৰত ভঙ্গাইল ত্ৰিগৰ্ত্তে ।
পাত্ৰ পুত্ৰ মন্ত্ৰীগণ এৰিল সমস্তে ॥
ৰথা ৰথ এৰি পলাই ৰাহুতে তুৰঙ্গে ।
সমৰত যদি মৎস্যৰাজা ভৈলা ভঙ্গে ॥ ১৯৩৭৮
কেৱলেসে পাণ্ডৱ থাকিলা চাৰি বীৰ ।
দেখি ভীমসেনক বুলিলা যুধিষ্ঠিৰ ॥
শুনা বাপু ভীমসেন মিলিল অকাৰ্য্য ।
মৎস্যক ত্ৰিগৰ্ত্তে জিনিলেক ৰণমাজ ॥ ১৯৩৭৯
বন্দী কৰি সুশৰ্ম্মা ৰাজাক লৈয়া যায় ।
তযু বলে ভীম বাপু আনিয়ো মেলাই ॥
বৰিষেক আমাক কৰিলে প্ৰতিপাল ।
অন্নে পানে বসনে তুষিলে দুখকাল ॥ ১৯৩৮০
তাৰ উপকাৰ এবে কৰিতে যুৱাই ।
আপদে পৰিল ৰাজা আনিয়ো মেলাই ॥
ধৰ্ম্মৰ বচনে ভীমে হাসিয়া বোলন্ত ।
আজি দেখা দদা মোৰ বিক্ৰম ৰণত ॥ ১৯৩৮১
একেশ্বৰে ত্ৰিগৰ্ত্তক নিডলো সকল ।
আজি মোৰ দেখোক ত্ৰিগৰ্ত্তে ভুজবল ॥
বান্ধি আনো সুশৰ্ম্মাক ৰজাক মেলাই ।
কৌতুকে যে তিনি ভাই থাকা যুদ্ধ চাই ॥ '৮২
মোহোৰ বীৰত্ব দদা দেখা সাক্ষে সাক্ষ ।
এহি বুলি ক্ৰোধত চাহন্ত আগ পাচ ॥
আছাৰিয়া পেলাইলা হাতৰ ধনুশৰ ।
লাম্ফ দিয়া বায়ুবেগে নামিলা ৰথৰ ॥ ১৯৩৮৩
কৰে কৰ মৰ্দ্দি বীৰে কৰিয়া আস্ফোট ।
উভাৰি লৈবাক চান্ত শালবৃক্ষগোট ॥

হেন দেখি যুধিষ্ঠিৰ ৰাজা দিলা হাক ।
বৃক্ষৰ যুদ্ধক বাপু ক্ষমা কৰা আক ॥ ১৯৩৮৪
আন অস্ত্ৰে শস্ত্ৰে যুজি সুহি ধনুশৰ ।
ভুষণ্ডি পৰশু আৰো শকতি তোমৰ ॥
গদা মুদ্গৰ সুহি লৈয়ো খড়্গ চৰ্ম্ম ।
মনুষ্যৰ সুহি হেন অদভুত কৰ্ম্ম ॥ ১৯৩৮৫
বৃক্ষৰ যুদ্ধক দেখিবেক সৰ্ব্বলোক ।
ভীমসেন বুলি আৰে চিনিবেক তোক ॥
একৈক জানিলে নষ্ট অজ্ঞাত বাসৰ ।
পুনৰপি কাৰ্য্য বৰ হৈবে অথন্তৰ ॥ ১৯৩৮৬
পুনু বাৰবৰ্ষ লাগে বনক যাইবাক ।
হেন জানি এৰিয়োক বৃক্ষৰ যুদ্ধক ॥
আন অস্ত্ৰে যুজি আনা ৰাজাক মেলাই ।
তোৰ সখা দুই আমি চলো তিনি ভাই ॥১৯৩৮৭
ধৰ্ম্মৰ বচন শুনি আদৰি মনত ।
ডেৱ দি উলটি গৈয়া চৰিলা ৰথত ॥
অঙ্কুশে ৰাখিল যেন পালটিল গজ ।
ধনু ধৰি তিনি ভৈল যুজিবাক সাজ ॥ ১৯৩৮৮
চাৰিয়ো পাণ্ডৱ মিলি চৰি এক ৰথে ।
ত্ৰিগৰ্ত্তৰাজাক লাগি চলি গৈলা যূথে ॥
দিব্য অস্ত্ৰ চাৰি বীৰে কৰিয়া প্ৰহাৰ ।
মাৰিলা অনেক সেনা ত্ৰিগৰ্ত্তৰাজাৰ ॥ ১৯৩৮৯
ৰাহুতে মাহুতে ৰথী মহাৰথী প্ৰজা ।
মাৰিলা সহস্ৰ বীৰ যুধিষ্ঠিৰ ৰাজা ॥
অষ্ট শত মাৰিলন্ত ভীম মহাবীৰ ।
নকুলেয়ো সপ্ত শত ছেদিলন্ত শিৰ ॥ ১৯৩৯০
তিনি শত বীৰক মাৰিলা সহদেৱ ।
পলাইল ত্ৰিগৰ্ত্তসেনা নৰহিল কেৱ ॥
আগভেটি যুধিষ্ঠিৰে সুশৰ্ম্মাৰাজাক ।
নাকে মুখে কাণে ঢাকি দিলা শৰজাক ॥ '৯১
ৰুধিৰে বিৰিঙ্গ যেন ফুটি গৈল ওৰ ।
সাৰথিক বোলে অৰে পালটায়ো ঘোৰ ॥
ধৰ্ম্মক সম্মুখে ৰথ ডাকিল সাৰথি ।
বায়ুবেগে ধাইল যেন কোপ মত্ত হস্তী ॥ ১৯৩৯২

ভয়ঙ্কৰ ধনুখান টানি কৰ্ণমানে।
চাৰিগোটা ঘোঁৰাক ভেদিলা চাৰিবাণে॥
নৰশৰে হৃদয়ত ভেদিল ধৰ্ম্মক।
কম্পি কম্পি গৈলা আৰ্ত্তি দেখিয়া জমক॥ '৯৩
বহুৰে ৰুধিৰ টানে মৰ্ম্মথান ভেদি।
হেন দেখি ভীমে তাক ক্ৰোধে গৈলা খেদি॥
ত্ৰিভুবনে জানে ভীম সমৰে প্ৰচণ্ড।
অৰ্দ্ধচন্দ্ৰ মাৰিয়া কাটিল ধনুখণ্ড॥ ১৯৩৯৪
ৰথ ৰক্ষালোক যত আছিল লগত।
সাৰথি সহিতে তাক কাটিল সমস্ত॥
ৰথভঙ্গে পৰি বীৰ ভৈল আশকতি।
ভূমিপাৰে পলাই পাচে ত্ৰিগৰ্ত্তনৃপতি॥ ১৯৩৯৫
মৎস্যৰাজা এৰাই তাৰে গদাগোট লই।
কোবাইবে লাগিলা সবে আগভেটি গই॥
ৰিপুমধ্যে ফুৰে ৰাজা পৰম হৰিষে।
বৃদ্ধবয়সত যেন ষোড়শ বৰিষে॥ ১৯৩৯৬
ৰণ এৰি পলাই দেখি সুশৰ্ম্মাৰাজাক।
ডাক দিয়া ভীমে নিন্দা বুলিলন্ত তাক॥
শুন অৰে দুৰাচাৰ নৃপতি নিলাজ।
কৈক পলাই যাস তই নুবুজিয়া কাজ॥ ১৯৩৯৭
প্ৰাণ ৰাখি পলাই যাস পশুতো অধিক।
নিষ্ফল পৌৰুষ বাপে উপাৰ্জ্জিলা কিক॥
ক্ষত্ৰজাতি হুয়া এৰিলিহি ৰণধৰ্ম্ম।
অধৰ্ম্ম আচৰ পাপ নপুংসক কৰ্ম্ম॥ ১৯৩৯৮
সেৰে জান মূঢ় তোৰ একমান ডৰ।
তেৱে কিক হেন কৰ্ম্ম কৰস বৰ্ব্বৰ॥
তোহোৰ বীৰত্ব দেখি মোৰ উঠে হাস।
এহিচাৰ মুখে গৰু লুৰি নিবে চাস॥ ১৯৩৯৯
ভীমৰ বচনে কোপে উলটি সুশৰ্ম্মা।
ৰথে চৰি মহাকোপে ধাইল ক্ৰুৰকৰ্ম্মা॥
কৰ্ণমাণে টানি ধনু কৰিয়া টঙ্কাৰ।
ভীমকো অনেক শৰ কৰিল প্ৰহাৰ॥ ১৯৪০০
ক্ষুৰ ভল্ল বিপাট নৰাচ ত্ৰিকণ্টক।
জাকে জাকে উৰে যেন আকাশে চটক॥
মহাবলী ভীমসেনে কটাক্ষে নচান্ত।
সিংহ সম গৰ্জ্জি আৰো তাক খেদি যান্ত॥ ১৯৪০১
ভীমৰ প্ৰচণ্ড ভাব দেখি মুণ্ড তুলি।
ৰথহন্তে নামি লৰ দিলা হুঁহ বুলি॥
ভীমো নামি তাক খেদি গৈলা লৰৰন্তে।
জাম্প দিয়া চুলত ধৰিয়া বামহাতে॥ ১৯৪০২
যেন মত্তসিংহে ক্ষুদ্ৰ হৰিণক ধৰি।
প্ৰাণে নমাৰিলে বীৰে কদৰ্থনা কৰি॥
আচোট কৰিয়া কোপে পেলাই পৃথিৱীত।
দুয়োহাতে মুখ গোট ঘষিল মাটিত॥ ১৯৪০৩
চৰৰ চপট কিল কতো মাৰে লাথি।
হৃদয়ত জানু দিয়া বসিলন্ত আটি॥
ভীমৰ দুঃসহ ভাৰে নিষ্প্ৰাণ বদন।
মূৰ্চ্ছিত ভৈলন্ত ৰাজা হৰিল চেতন॥ ১৯৪০৪
ৰণত পৰিল দেখি নৃপতিত্ৰিগৰ্ত্ত।
ৰণ এৰি ব্যূহভঙ্গে পলাইল সমস্ত॥
ছত্ৰ ছিহ্ন গাউল থাকিলেক পৰি পৰি।
কতো কতো ঘোৰা ৰথ ধ্বজ গৈল এৰি॥ '৪০৫
এৰিল সকল গৰু বিৰাট ৰাজাৰ।
বাপে পোৱে কাকো কেৱে নচাৱয় আৰ॥
মাহুতে ৰণত এৰি গৈলেক মাতঙ্গ।
এহিমতে ত্ৰিগৰ্ত্তৰ ৰণ ভৈল ভঙ্গ॥ ১৯৪০৬
লৰৰে পালৰ গৰু হামলাৰে গাই।
তেৰেসে মৎস্যৰ সেনা আসিলা ওলাই॥
সহদেৱ নকুল যৰজা দুই ভাই।
আগভেটি সব পাল নিল ওলটাই॥ ১৯৪০৭
যেন বায়ু অগ্নিৰ সহায় সমসৰ।
বহ্নিকো নোজোৰৈ তৃণে দহে নিৰন্তৰ॥
জগতে প্ৰসিদ্ধ পাণ্ডৱৰ পাঞ্চ ভাই।
ছদ্মৰূপে ভৈলা মৎস্যৰাজাৰ সহায়॥ ১৯৪০৮
তাৰ জানা কৈত পৰাভৱ আছে আৰ।
ৰচিলা কংসাৰি কৰি বিৰাট পয়াৰ॥
শুনিয়োক সভাসদ ভাগ্য আছে যাৰ।
ডাকি ৰাম হৰি বুলি তৰিয়ো সংসাৰ॥ ১৯৪০৯

ভীমৰ হাতত সুশৰ্ম্মাৰ পৰাজয়

ছবি

শ্ৰীমন্ত গাণ্ডৰুখাঁ সহ পুত্ৰে জয়যুতা
আৰো ভ্ৰাতৃ যতেক সোদৰ।
তাহানে বচন শুনি আতি মুগ্ধভাৱে পাচে
লিখিলা কায়স্থ পুথি পীতাম্বৰ॥
ভীমে তাক মাৰি ধৰি পিঠিহাতে বান্ধি জৰি
গলত ডাকুৰ গোট দিয়া।
যুধিষ্ঠিৰে মৎস্যৰাজা দুইহান্ত আছন্ত যৈত
আগটে ভেটাইলা ৰঙ্গে নিয়া॥ ১৯৪১০
বানৰ গোটক যেন গলত জিজিৰি গাছ
নাকৰ মুখৰ গৈল ছাল।
চৰৰৰ চোটে তাৰ দুই চক্ষু লুকাইলেক
ভিণ্ডাকাৰ ভৈল দুয়োগাল॥
ধূলিয়ে ধূসৰ কেশ আজোৰাতে গৈল কেশ
কৰ্টিত কাচুটি লোট জোট।
আপুনাৰ ৰঙ্গে যেন বান্ধি ধৰি মাৰি আনি
ৰাজাত যোগাইলা চোৰ গোট॥ ১৯৪১১
ধৰ্ম্ম পুৰুষৰ তাক দায়া উপজিল দেখি
হাসি হাসি বুলিলা ভীমক।
মেলি পঠায়োক বাপু আপুন ৰাজ্যক যাউক
বিকৰ্থনা এৰা পাপিষ্ঠক॥
ধৰ্ম্মৰ বচনে হাসি ভীমে তাক বুলিলন্ত
শুন শুন নৃপতিত্ৰিগৰ্ত্ত।
তেৱে তোৰ কন্ধ ৰাখি পঠাই দেওঁ স্বৰূপত
সত্য কৰ সবাৰ আগত॥ ১৯৪১২
ৰণে জিনি আজি তোক এহি বুলি মেলি দেওঁ
ক্ষত্ৰিয়ৰ তেনয় উচিত।
যাৱে চন্দ্ৰ দিবাকৰে কীৰিতি থাকোক তই
জীৱ মানে ভৈলি মোৰ ভৃত্য॥
ধৰ্ম্মেয়ো বোলন্ত বাপু মৃতকক কদৰ্থিয়া
আপুনাৰ ৰাখা কোন যশ।
সীমাবৈৰ পিতৃবৈৰ স্ত্ৰীবৈৰ নহে তোৰ
সমানত সদৃশ বয়স॥ ১৯৪১৩
ৰাজা ৰাজা দুইক দুই সৰ্ব্বকালে যুদ্ধ হুই
আমাৰ এতেক কোন কাজ।
বিপাঙ্গে পৰিল আসি ক্ষমা কৰা বাপু আক
প্ৰাণ ৰাখি যাউক নিজ ৰাজ॥
আন ক্ষণে হেন কৰ্ম্ম নকৰিবি সুশৰ্ম্মায়ো
যদি কৰ জীৱনক আশ।
মৎস্যৰাজা পাৱে পৰি নমস্কাৰ কৰি বোলে
আজি ধৰি ভৈলো তযু দাস॥ ১৯৪১৪
যুধিষ্ঠিৰ নৃপতিৰ সদয় বচনে তাক
ভীমে মেলিলন্ত বান্ধ কাটি।
উঠিল ত্ৰিগৰ্ত্ত ৰায় পঙ্কৰ পশুৰ প্ৰায়
গাৱৰ জোক্কাৰি ধূলি মাটি॥
শোকে দহে বহ্নিকুণ্ড লাজে ভৈল হেঠ মুণ্ড
ভেজিলেক দীৰ্ঘ যে নিশ্বাস।
নমস্কাৰ কৰি মৎস্য ৰাজাক বোলয় প্ৰভু
ক্ষমা কৰা ভৈলো তযু দাস॥ ১৯৪১৫
লাজে যেন যায় প্ৰাণ নাহিকে চেতন জ্ঞান
মৎস্যৰাজা কৰিলন্ত ক্ষমা।
হে মহা পৰাভৱে প্ৰাণ ৰাখি ভূমিপাৱে
ৰণ হাৰি গৈলেক সুশৰ্ম্মা॥
জয় নমো গোবিন্দ দুখানি পদাৰবিন্দ
ভকত অভয় জনাৰ্দ্দন।
ব্ৰহ্মা আদি সুৰ ইন্দ্ৰ সাধু মুনিগণ সিদ্ধ
যাহাক সেৱন্ত যোগীগণ॥ ১৯৪১৬
তাহান চৰণ সেৱি ৰচিলা কংসাৰি কৱি
জয় পদ বিৰাটপৰ্ব্বৰ।
মই পতিতক প্ৰতি প্ৰসন্ন হুয়োক প্ৰভু
কৰিয়োক তোমাৰ কিঙ্কৰ॥
মৎস্যৰাজা পাণ্ডৱক অনেক প্ৰসাদ দিলা
দোলা ঘোৰা বস্ত্ৰ অলঙ্কাৰ।
ঢাক ঢোল শঙ্খ ভেৰী মৃদঙ্গ কাহালি বাজে
জয় জয় শুনিয়া জোকাৰ॥ ১৯৪১৭

দশ কুৰি কেৰে কেৰে    নাচে গাৱে ছেৰে ছেৰে
কতো ৰঙ্গে ৰাৱে হাততালি ।
টোকাৰি মহৰি বাঁশী    চেমেছি খুমছি হাসি
মহাৰঙ্গে কৰে ধিতিঙ্গালি ॥
পাণ্ডৱক পৰিতোষ    অনেক বুলিলা ৰাজা
শুনি আছে সবে পাত্ৰলোক ।
সমৰত হাৰিলয়ো    পুনৰপি উপজিলো
চাৰিবীৰে উদ্ধাৰিলে মোক ॥ ১৯৪১৮
এৰি পলাই সবে প্ৰজা    পাপিষ্ঠ ত্ৰিগৰ্ত্তৰাজা
সমৰত বান্ধি নেই জিনি ।
আজি মোক ত্ৰিগৰ্ত্তে যে    ভৃত্য কৰি নিল হস্তে
বীৰ ধনে আনিলেক কিনি ॥
সমৰ-সাগৰে ঘোৰ    ৰিপুৰ হাতত মোৰ
নাম গুচিলেক হস্তে মৎস্য ।
যাত হস্তে সমৰত    শ্ৰুতি বুদ্ধি হৈল হত
সিয়ো ৰাজা ভৈল মোৰ বশ্য ॥ ১৯৪১৯
হীড়ক মাণিক ৰত্ন    আমাৰ ভাণ্ডাৰ যত
হস্তী ঘোঁৰা যত সৈন্য ৰথ ।
আজি ধৰি মোৰ আউৰ    কিছো নোহে অধিকাৰ
চাৰিৰেসে জানিবা সমস্ত ॥
কন্যাক শতেক দেওঁ    বিবাহ কৰিয়ো গৈয়া
দাসী দাস যত লাগে লোৱা ।
সহস্ৰ সংখ্যাত পাল    গৰু আছে ভাল ভাল
যত মন তত লোৱা থোৱা ॥ ১৯৪২০
আৰো কিবা আছে ৰাজ    শুনিয়োক দ্বিজৰাজ
পাত্ৰ মন্ত্ৰী আছে সবে প্ৰজা ।
অভিমত থাকে যেৱে    অভিষেক কৰো তেৱে
আপুনি হুয়োক সামৰাজা ॥
বল্লভক সমুচিত    কমন প্ৰসাদ দিবো
কিবা যোগ্য কৰিবো সম্বন্ধ ।
যাহাৰ প্ৰসাদে পুত্ৰ    বন্ধু মুখ দেখিবোহো
কাটিবাৰ ৰক্ষা গৈল স্কন্ধ ॥ ১৯৪২১
গোপ গ্ৰাহকক দুইক    চাটু কৰি বোলো মই
মই চক্ষু দেখি আছো ভাল ।

অনেক কটক ছেদি    ঘোৰ অস্ত্ৰে শস্ত্ৰে ভেদি
দুই বীৰে আনি দিলে পাল ॥
নৃপতিক সম্বোধিয়া    কৰযোৰে বুলিলন্ত
শ্ৰীমন্ত পাণ্ডৱ চাৰি ভাই ।
তোমাৰ প্ৰসাদে প্ৰভু    চিৰকাল সুখে আছো
জয় জয় হোৱা মহাৰায় ॥ ১৯৪২২
ইটো কোন চাৰ কাজ    কহিবাক লাগে লাজ
ত্ৰিগৰ্ত্তত সাধিলো জয়তি ।
আনো সব বিপক্ষক    কিছো শঙ্কা নকৰিবা
সুখে ৰাজ্য কৰিয়ো অচিন্তি ॥
পুনৰপি যুধিষ্ঠিৰে    ৰাজাক বোলন্ত প্ৰভু
দূতসব পাঠা নগৰক ।
তোমাৰ বিজয় কথা    ৰাজ্যত জনাওক গই
শুনি ৰাজা পাঠিলা দূতক ॥ ১৯৪২৩
সুশৰ্ম্মাক জিনিলোহো    গৰুসব আনিলোহো
এহি কথা নগৰত কহ ।
দূত পঠাই ৰাত্ৰি গোট    তহিতে বঞ্চিলা সবে
এহিমতে দক্ষিণ গোগ্ৰাহ ॥
সুকবি কংসাৰি কবি    পদবন্ধে নিবন্ধিলো
বিৰাটপৰ্ব্বৰ কথা পাই ।
শুনিয়োক সভাসদ    মোৰ বিৰচন পদ
অল্পৰ আৰম্ভ গুৰু প্ৰায় ॥ ১৯৪২৪
হেন জানি তুমি সবে    মোক নিন্দা নকৰিবা
মহন্তৰ ক্ষমাসে ভূষণ ।
গৰুড় পক্ষীৰ সম    বেগৱন্ত নোহে পক্ষী
পথা অনুৰূপে যে গমন ॥
মই দীন হীনমতি    তথাপি কৰিলো আতি
অগাধ শাস্ত্ৰত বৰ সাস ।
ৰব ৰব জ্ঞানীগণে    তত্ত্ব অৰ্থ নজানয়
মোহ পাই তেজয় নিশ্বাস ॥ ১৯৪২৫
সাৰশেষে অৰ্থ আৰ    কমনে পাৰয় পাৰ
অগাধ সাগৰ সমসৰ ।
শাস্ত্ৰ সমুদ্ৰত মই    ডুব দিলো আতিশয়
উদ্ধাৰিয়ো পণ্ডিত ব্ৰহ্মাণ্ডৰ ॥

নমো নমো কৃষ্ণদেৱ অনেক কৰোহো সেৱ
ইবাৰ নেৰিবা মোক স্বামী।
তযু পদকমলত আশা কৈলো স্বৰূপত
সিদ্ধি কৰা প্ৰভু অন্তৰ্য্যামী ॥ ১৯৪২৬
সাধু ভক্ত সবাহাৰে পদে কৰো নমস্কাৰ
মোক তোৰা নিন্দা নকৰিবা।
অনেক শাস্ত্ৰৰ তত্ত্ব বিচাৰিয়া তোৰা সবে
পাচে মোক অৱজ্ঞা কৰিবা ॥
গুচয় মনৰ দুখ মিলয় অক্ষয় সুখ
গুচে জৰা আদি ব্যাধিচয়।
ভাৰত শ্ৰৱণ কৰা সুখে সংসাৰক তৰা
মৰি পাইবা থান যে অক্ষয় ॥ ১৯৪২৭
হেন জানি বুদ্ধলোক জনম সাফল হৌক
এৰা সবে ভাষভুষ কাম।
কৃষ্ণপদ হৃদি ধৰি সবে এক মন কৰি
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ১৯৪২৮

---

কুৰুবলৰ দ্বাৰা মৎস্যৰাজৰ উত্তৰৰ পাল হৰণ

পদ

জয় জয় নমো হৰি ত্ৰৈলোক্যৰ নাথ।
শ্ৰীবৎসলাঞ্ছন নমো নমো জগন্নাথ ॥
সৃষ্টি স্থিতি লয় মহা জগত কাৰণ।
অপাৰ সংসাৰ পাৰ কৰা নাৰায়ণ ॥ ১৯৪২৯
জয় নমো কালিকাদেৱীৰ দুই পাৱে।
বিস্তাৰ বদনী জগতৰ তুমি মাৱে ॥
গ্ৰীৱে নৰমুণ্ডমালা মৃতকবাহিনী।
হুয়োক প্ৰসন্ন মাৱ ত্ৰিতয়নয়নী ॥ ১৯৪৩০
জয়তি পাণ্ডৱগণ বিষ্ণুৰ ভকত।
প্ৰতিজ্ঞা সাফলি মৎস্যৰাজাৰ ৰাজ্যত ॥
বঞ্চিলা অজ্ঞাতবাস দুৰ্ঘোৰ দুঃসহ।
ভণতি কংসাৰি কবি উত্তৰ গোগ্ৰাহ ॥ ১৯৪৩১
দক্ষিণৰ কথা যেৱে ভৈলা সমাপত।
বৈশম্পায়নে কহে জন্মেজয়ৰ আগত ॥
ৰণ হাৰি সুশৰ্ম্মায়ে পৰাভৱে গৈলা।
শুনা পাচে উত্তৰত যেন কথা ভৈলা ॥ ১৯৪৩২
আৰো দিনা খেদি গৈলা ৰাজা দুৰ্য্যোধন।
তুলত পদাতি ৰথী মহাপাত্ৰগণ ॥
ভীষ্ম গুৰু দ্ৰোণ কৰ্ণ অশ্বত্থামা কৃপ।
একে বীৰে জিনিবাক পাৰে সাতোদ্বীপ॥১৯৪৩৩
দুঃশাসন দুৰ্ম্মুখ সহিত বিবিংশতি।
শকুনি বিকৰ্ণ চিত্ৰসেন মহাৰথী ॥
চতুৰঙ্গদলে ৰাজা আসিলেক সাজি।
লেখা জোখা নাহিকে কটক গজবাজী ॥ ১৯৪৩৪
অসংখ্যাত ছত্ৰ চিহ্ন সুৱৰ্ণৰ দণ্ড।
হস্তীযুথ চলে যেন কালমেঘ খণ্ড ॥
সেনাৰ আন্দোলে ভূমি কম্পি কম্পি যায়।
অল্প নদী মানে সবে নামন্তে শুখায় ॥ ১৯৪৩৫
হিল দল ভাঙ্গি পথ কৰিল কটক।
ডৰে সৰ্প পলাইল বাসা ছাৰয় চটক ॥
সৈন্যৰ প্ৰাৰম্ভে নাকলিয় দিশ পাশ।
সাগৰ শঙ্কাস সেনা দেখি লাগে ত্ৰাস ॥ ১৯৪৩৬
কুৰুসেনা সাগৰৰ পটন্তৰ নাই।
বাৰিষাৰ মেঘ যেন চানিয়া চলয় ॥
ঢাক ঢোল শৱদ মৃদঙ্গ শঙ্খনাদ।
প্ৰলয় কালত যেন মেঘৰ সংবাদ ॥ ১৯৪৩৭
সাগৰৰ উৰ্ম্মি যেন শুনি কোলাহল।
মহাভয় ভৈল মৎস্যৰাজাৰ গোৱাল ॥
গোৱাল সেনাত ৰৱ লাগি গৈল ঢাক।
ককা ভায়া খুড়া বুলি পাৰে আৰ্ত্ত ডাক ॥১৯৪৩৮
লাথি ভুকু ঘৰাকাতি মাৰয় চৰৱ।
তুম্বুল ৰোলক তাত উঠি গৈল ৰৱ ॥
ষাঠি যে হাজাৰ মৎস্যনৃপতিৰ পাল।
কৌৰৱে লুৰিল সবে পলাইল গোৱাল ॥১৯৪৩৯
আগুৱান সেনা যত গৈলে আগবাঢ়ি।
দধি খাই গোৱালৰ বস্ত্ৰ লৱে কাঢ়ি ॥
আগভেন্টি বাকৰতী মাৰে বাকচাট।
ধৰ ধৰ মাৰ মাৰ বোলে কাট কাট ॥ ১৯৪৪০

গোষ্ঠঘৰ এৰি গোপ পলাইল সমস্ত।
খালে জোলে পশে কতো লুকাই বনত ॥
বস্ত্ৰ কাঢ়ি লৈলে কতো দিগম্বৰ বেশ।
আৰ্ত্তনাদ কৰি পলাই মুক্ত কৰি কেশ ॥১৯৪৪১
কতো কাম্পে শ্ৰুতি নাহি থাকি গৈল পৰি।
নগৰক কতো কতো গৈলেক লৰৰি ॥
শূন্য নগৰীক গৈলা কটক ডকাই।
হাট বাট শূন্য ভৈলা প্ৰজা কেহো নাই ॥ '৪২
এহি দেখি মনে দুখ কৰিয়া অপাৰ।
ত্বৰিতে পাইলেক মৎস্যৰাজাৰ দুৱাৰ ॥
যি থানত উত্তৰ কুমাৰ বসি আছে।
নমস্কাৰ কৰি তাক জনাইলেক পাচে ॥ ১৯৪৪৩
কৰযোৰে বোলে প্ৰভু শুনিয়ো কুমাৰ।
বাৰ্ত্তা নতু শুনা কাৰ্য্য বৰ অথান্তৰ ॥
ষাঠি হাজাৰ গৰু পালে আছিলেক যত।
কুৰুবলে লুৰি আসি নিলেক সমস্ত ॥ ১৯৪৪৪
দশ কুৰি একেলগে বান্ধি এক জৰী।
কতো কতো গোৱালক নিলে বন্দী কৰি ॥
নজানো পাচত আৰো কাক মাৰে কাটে।
তাক লাগি প্ৰভু তুমি খেদি যাৱা ঝাণ্টে ॥'৪৫
তুমি বিনা আমাক ৰাখন্তা আন নাই।
কৌৰৱক জিনি পাল আনা ওলটাই ॥
তোমাতেসে ৰাজ্যভাৰ দিয়া গৈলৰাজা।
তোমাতেসে গহ কৰি আছে সব প্ৰজা ॥ ১৯৪৪৬
পাণ্ডৱৰ মধ্যে যেন অৰ্জ্জুন প্ৰধান।
তুমি সম বীৰ মৎস্যবংশে নাহি আন ॥
তব পিতা মৎস্যৰাজা সভামাজে বসি।
তোমাকেসে বাৰম্বাৰ আছিল প্ৰশংসি ॥ ১৯৪৪৭
উত্তৰ সদৃশ পুত্ৰ নাহিকে আমাৰ।
মৎস্যৰাজবংশে বাপু ভৈলা কুলোদ্ধৰ ॥
মহাবল পৰাক্ৰমী হুইবে ধনুৰ্দ্ধৰ।
কীৰিতি জনাইবা বাপু আমাৰ বংশৰ ॥ ১৯৪৪৮
সিসব বচন আজি কৰিয়ো সাফল।
আনিয়োক পাল বল জিনি কুৰুবল ॥
যতেক গোৱাল আছে তাঙ্ক ধৰি কবে।
তোমাৰ লগত সবে চলো চপকবে ॥ ১৯৪৪৯
গোৱালৰ বাণী শুনি ৰাজাৰ তনয়।
স্ত্ৰীজনৰ মাজে দৰ্প কৰিয়া বোলয় ॥
শূন্য যে নগৰী শুনি পাইলেক আসঙ্গ।
কৌৰৱক যুজিবাক মোৰ বৰ ৰঙ্গ ॥ ১৯৪৫০
কৈত পাওঁ এগোটা সাৰথি চাওঁ ভাল।
কৌৰৱক জিনি গই মই আনো পাল ॥
আজি দুৰ্য্যোধনৰ যে ভাঙ্গো মহমহ।
ভীষ্ম-দ্ৰোণ গুৰুৰ যে বুজো কেনে গহ ॥ ১৯৪৫১
কৰ্ণ কৃপ দুঃশাসন বীৰ অশ্বত্থামা।
আজি মোৰ সমৰত দেখোক মহিমা ॥
কিন্তু মোৰ লগত সাৰথি কেহো নাই।
আতেসে কৌৰৱে আজি পাইলে বৰ লাই ॥'৫২
আঠাইশ দিবস যুদ্ধ যৈসানি কৰিল।
নিশি ঘোৰ সমৰত সাৰথি মৰিল ॥
যদি আজি এগোটা সাৰথি ভাল পাওঁ।
তেৱে মই কৌৰৱক যমক পঠাওঁ ॥ ১৯৪৫৩
ইন্দ্ৰে বজ্ৰ ধৰি যেন মাৰি দানৱক।
ৰাখিলন্ত সুৰপুৰ দেৱতাগণক ॥
ময়ো আজি সেহিমতে কৰে ধনু ধৰি।
মাৰো কৌৰৱক ঘোৰ শৰবৃষ্টি কৰি ॥ ১৯৪৫৪
যদি তাৰ সখা হুয়া আসন্ত অৰ্জ্জুন।
তাহাক্কো জিনিয়া পাল আনিবো এখন ॥
কিন্তু মোৰ যোগ্য আজি নাহিকে সাৰথি।
কৌৰৱৰ ভাগ্যে একাদশে বৃহস্পতি ॥ ১৯৪৫৫
কুমাৰৰ দৰ্প বাণী শুনিয়া দ্ৰৌপদী।
স্ত্ৰীজাতি চঞ্চল যে নসৈলেক হৃদি ॥
অৰ্জ্জুনৰ সম কোন আছে জগতত।
মিছা দৰ্প কৰে স্ত্ৰীজনৰ আগত ॥ ১৯৪৫৬
পৰৰ কন্দলে যেন পুত্ৰৰ বৰাই।
যেই সেই মৰোক মোহোৰ হানি নাই ॥
কৌৰৱ কৰোক মুই আৰে হৌক ভঙ্গ।
ষাঢ়ে মেঢ়ে লগাই আজি চাই থাকো ৰঙ্গ ॥ '৫৭

এহি বুলি আগবাঢ়ি স্ত্রীগণৰ মাজে ।
অধোমুখে বসন আঞ্চালে ঢাকি লাজে ॥
অল্প কৰি কুমাৰত কহিলেক পাচে ।
মই জানো সাৰথি যিঠাইত ভাল আছে ॥ ১৯৪৫৮
তোমাৰ নাচনশালে আছে বৃহন্নলা ।
সাৰথিক কৰ্ম্মে তেহো বৰহি কুশলা ॥
অৰ্জ্জুনৰ পূৰ্ব্বে তেহো আছিল সাৰথি ।
বুদ্ধিত সাগৰ অতি গুণে নাহি ক্ষতি ॥ ১৯৪৫৯
পাণ্ডৱৰ ঘৰত আছিলো একে ঠাই ।
তাহানে আমাৰে কিছো ভিন্ন ভাব নাই ॥
তাহাঙ্ক সাৰথি কৰি মধ্যম পাণ্ডৱ ।
অগনিক তপি দাহ কৰিলা খাণ্ডৱ ॥ ১৯৪৬০
পৃথিবীৰ ৰাজা ৰণে জিনিল সমস্ত ।
অৰ্জ্জুনৰ সম এন্তে ধনুত পাৰ্গত ॥
ইন্দ্রৰ মাতলি যেন সুজান সাৰথি ।
উত্তৰাক পঠায়োক আনন্তোক মাতি ॥ ১৯৪৬১
দ্রৌপদীৰ বাণী শুনি ৰাজাৰ কুমাৰ ।
উত্তৰাক বোলে আই যায়োক সত্বৰ ॥
কৰ্পূৰ তাম্বূল দিয়ো কৰি বহু মান ।
বৃহন্নলা সাৰথিক জাণ্টে মাতি আন ॥ ১৯৪৬২
বোলন্ত কংসাৰি কৰি এৰা আন কাম ।
পুৰুষ উদ্ধাৰ হোক বোলা ৰাম ৰাম ॥ ১৯৪৬৩

---

বৃহন্নলাৰ ওচৰলৈ উত্তৰাৰ গমন আৰু উত্তৰৰ যুদ্ধযাত্রা

দুলড়ী

ভ্রাতৃৰ বচনে উত্তৰা সুন্দৰী
চলি গৈলা বৰবালা ।
কপালে তিলক ময়ুৰৰ পুচ্ছ
গ্রীৱে সুৱৰ্ণৰ মালা ॥
মণি চিত্রময় কটিত মেখলা
পাৱত নূপুৰ বাজে ।
বদন সুন্দৰ দেখি মনোহৰ
নব চন্দ্রমাক গঞ্জে ॥ ১৯৪৬৪
কুৰঙ্গনয়নী ত্রৈলোক্য মোহিনী
কটাক্ষে অনঙ্গ বাণ ।
আয়ত শোভন ভ্রূৰযুগ ঘন
মদন ধনু সমান ॥
নীল সুকোমল ফুটি কুণ্টল
চামৰে গঞ্জিল কাল ।
নাসা তিল ফুল সদৃশ বৰ্ত্তুল
শোভন কৰ্ণ কপাল ॥ ১৯৪৬৫
দশন পঙ্কতি মুকুতাৰ পান্তি
অধৰ যে বিম্বফল ।
মৃণাল বলিত বাহু সুবলিত
কৰ কিশলয়-দল ॥
হৃদয় ৰঞ্জন বিত্তোপন ঘন
ঈষত বৃহত স্তন ।
যেন পঞ্চবাণ মদন পৱন
যুৱত মন মোহন ॥ ১৯৪৬৬
কেশৰী সদৃশ ক্ষীণ মধ্যদেহ
চলন্তে হালে কঙ্কাল ।
যেন সুকোমল পৱনে হালই
নবীন শ্রীফলডাল ॥
উৰু কৰীকৰ বৃহত নিতম্ব
সুলক্ষণী সৰ্ব্ব অঙ্গে ।
পদ্মিনী সুন্দৰী পদ্ম-মধু-গন্ধে
ভ্রমৰা নচাৱে সঙ্গে ॥ ১৯৪৬৭
হংসৰ গমনী মৎস্যৰ নন্দনী
সাক্ষাতে যেন ৰুক্মিণী ।
অৰ্জ্জুনৰ আগে ভৈল উপগত
মেঘ মাজে সৌদামিনী ॥
দেখিয়া অৰ্জ্জুনে সাদৰে পুছিল
উত্তৰাৰ মুখ চাই ।
নাচনৰ বেলা নতু হৰে আসি
কিসক আসিলি আই ॥ ১৯৪৬৮
ত্বৰিত গমনে উদ্বেগ মনে
চিত্তত নাহি আনন্দ ।

কিসক বন্দন প্ৰকাশ নকৰে
যেন প্ৰভাতৰ চান্দ ॥
উত্তৰা বদতি শুনিয়োক গুৰু
কাৰ্য্য বৰ অসাধন।
তোমাৰ পাশক দদা পঠাইলেক
বোলে তাঙ্ক মাতি আন ॥ ১৯৪৬৯
পিতৃ গৈলে কালি সুশৰ্ম্মাৰ ধাৱে
চতুৰঙ্গ দলে সাজি।
শূন্য কাল পায়া পাল নেই ধৰি
কুৰুবলে সাজি আজি ॥
তাক লাগি এবে দদা খেদি যান্ত
লগত নাহি সাৰথি।
তোমাকে সৈৰিন্ধ্ৰী দদাত কহিলে
প্ৰশংসা কৰিয়া আতি ॥ ১৯৪৭০
অৰ্জ্জুনৰ হুয়ু সাৰথি আছিল
কৃষ্ণৰ যেন দাৰুক।
তুমিসে সহায়ে সমৰে জিনিল
সুৰাসুৰ যত লোক ॥
দদাৰ সাৰথি হোৱা আজি তুমি
ৰাখি আনা গই পাল।
তোমাৰ প্ৰসাদে ৰাজত ৰহোক
যতেক গৰু গোৱাল ॥ ১৯৪৭১
আমাৰ বচনে চলিয়োক গুৰু
বিলম্বত নাহি কাজ।
পাপিষ্ঠ কৌৰৱে গৰু লৈয়া হুয়ু
গৈলেক অনেক ৰাজ ॥
এতেক কাৰ্য্যক নকৰাহা যদি
বোলো নৃপতিৰ জীয়া।
তোমাৰ আগত মৰিবোহো আজি
গলত কটাৰী দিয়া ॥ ১৯৪৭২
উত্তৰাৰ হেন বিনয় বচনে
ধনঞ্জয় ৰঙ্গ মনে।
প্ৰমত্ত বাৰণ সদৃশ গমনে
চলি গৈলা তেতিক্ষণে ॥

আগত অৰ্জ্জুন পাচত উত্তৰা
চলিল গজ গমনী।
যেন গজৰাজ পয়াণে তুলত
চলিল শিশু হস্তিনী ॥ ১৯৪৭৩
কতো দূৰে দেখি কুমাৰে মাতিল
হাসি হাসি আশ্বাসিয়া।
অনেক প্ৰশংসি চাটু কৰি বলে
সম্মিতক লাগি নিয়া ॥
শুনা বৃহন্নলা তুমি হুয়ু বৰ
সাৰথি কৰ্ম্মক জানা।
আমাৰ আগত সৈৰিন্ধ্ৰী কহিল
বোলে তাঙ্ক মাতি আনা ॥ '৭৪
অৰ্জ্জুনৰ হুয়ু সাৰথি আছিলা
ইন্দ্ৰৰ মাতলি সম।
তুমিসি সহায়ে পৃথিৱী জিনিলা
কৰিয়া অসংখ্য কৰ্ম্ম ॥
আমাৰ সাৰথি হুয়োক সম্প্ৰতি
সাজি লোৱা ৰথখান।
তুমি সমে আজি ডকাই আমো পাল
কৌৰৱক জিনি ৰণ ॥ ১৯৪৭৫
ছদ্ম বৃহন্নলা অৰ্জ্জুনে বোলন্ত
কুমাৰৰ মুখ চাই।
যৈসানি সাৰথি আছিলো শুনিলা
সম্প্ৰতি সি বল নাই ॥
বৃদ্ধ ভৈলো আৰে নচাইবো গোৱাইবো
তাহাৰেসে আৰে পাত্ৰ।
হীন ভৈল বল শুখাই গৈল জল
নাম সৰোবৰ মাত্ৰ ॥ ১৯৪৭৬
উত্তৰে বোলয় শুনি আছো সবে
এৰা মিছা আল-জাল।
দণ্ড দুইক লাগি সাৰথি হৈথাহা
জিনি আনো গৈয়া পাল ॥
নাচনী হোৱা বা গায়নী হোৱা বা
যেহিকি বোলোঁৱা পাচে।

তোমাৰ কথাক সৈৰিন্ধ্ৰী আমাত
প্ৰপঞ্চি কহিয়া আছে ॥ ১৯৪৭৭
অৰ্জ্জুনে বোলন্ত যত মান পাৰো
কৰিবো তোমাৰ কাৰ্য্য ।
কৈবা ৰথ বৰ ঘোটক অনাৱা
যুদ্ধৰ যে সব সাজ ॥
সুবৰ্ণে ৰচিত কৱচক বৰ
উত্তৰে আনিয়া দিল ।
অৰ্জ্জুনে বোলন্ত মোক উপালন্ত
ইঙ্গিতে তাক জানিল ॥ ১৯৪৭৮
নজানিল ভাৱে কৱচক গাৱে
পিন্ধিলন্ত ওভোতাই ।
উত্তৰা সহিতে কন্যাগণ সমে
হাসে বেঢ়ি বেঢ়ি চাই ॥
বামহাতে তেৱে পিন্ধিল কৱচ
উৰ্দ্ধক লাগি ক্ষেপিয়া ।
দেখি কন্যাগণ বিস্ময়ে থাকিলা
নাকত আঙ্গুলি দিয়া ॥ ১৯৪৭৯
চন্দ্ৰ সম শুক্ল চাৰিগোটা ঘোৰা
অৰ্জ্জুনে সজ্জিলা ৰথ ।
যুদ্ধৰসম্ভাৰ ধনু তূণ বাণ
নিবন্ধিল অস্ত্ৰ শস্ত্ৰ ॥
সুবৰ্ণৰ সিংহ ধ্বজগোট দিল
পতাকা আতি উচ্ছ্ৰিত ।
ধৱল মেঘৰ আগত জ্বলন্ত
প্ৰচণ্ড যেন আদিত্য ॥ ১৯৪৮০
গুৰু দেৱতাক প্ৰণামি কুমাৰে
বাপকো নমিল মনে ।
ধ্বজক প্ৰণামি ৰথত চৰিল
যাত্ৰা কৰি শুভক্ষণে ॥
উত্তৰা প্ৰমুখ্যে কন্যাগণে বোলে
অৰ্জ্জুনক চাই চাই ।
কৌৰৱৰ বস্ত্ৰ আনিবা আমাৰ
জালি পুতলাক লাই ॥ ১৯৪৮১

হাসি হাসি পাচে অৰ্জ্জুনে বুলিল
প্ৰবোধ সখিজনত ।
কৌৰৱক যদি কুমাৰে জিনয়
আনি দিবো তেৱে বস্ত্ৰ ॥
এহি বুলি ৰথ ডাকিবাক লৈল
সাৰথি হুয়া অৰ্জ্জুন ।
ঘোটকৰ পাৱে কিঙ্কিণী বাজয়
শবদেয়ে কণ-ঝুণ ॥ ১৯৪৮২
দাহিনে ব্ৰাহ্মণ বামে কন্যাগণ
দীপ ঘট থৈলা প্ৰান্তে ।
বুলিল আশেষ মাঙ্গল্য বিশেষ
কুমাৰ যুদ্ধক যান্তে ॥
অৰ্জ্জুনৰ যেন শুভ যাত্ৰা ভৈল
খাণ্ডৱ দাহ সময় ।
বৃহন্নলা সমে তুমিয়ো তেনয়
হোৱা আজি জয় জয় ॥ ১৯৪৮৩
বোলন্ত কংসাৰি শুনা নৰ-নাৰী
মুখত নেৰিবা নাম ।
পুৰুষ উদ্ধাৰা অপুনিয়ো তৰা
ডাকি বোলা ৰাম ৰাম ॥ ১৯৪৮৪

---

অৰ্জ্জুন আৰু উত্তৰৰ সমীধবৃক্ষ গুচৰলৈ গমন
আৰু অৰ্জ্জুনেৰে সৈতে পৰিচয়

পদ

অৰ্জ্জুন-সাৰথি পাচে ডাকিলন্ত ৰথ ।
ত্বৰিতে নগৰী চাৰি পাইলা ৰাজপথ ॥
অৰ্জ্জুনক চাই পাচে উত্তৰ বদতি ।
জাণ্টে তুমি ৰথখান ডকায়ো সাৰথি ॥ ১৯৪৮৫
কৌৰৱক খেদি যেন শীঘ্ৰে লাগ পাওঁ ।
মাৰো গৰুচোৰ যমকৰণে পঠাওঁ ॥
আজি দেখা সাৰথি মোহোৰ মুনিয়াই ।
এতিক্ষণে সৰে পাল আনো ওলটাই ॥ ১৯৪৮৬
এহি শুনি ধনঞ্জয় ডাকিল ৰথক ।
বায়ুবেগে চলে ঘোঁৰা উত্তৰ পথক ॥

ধৱল পতাকা ছত্ৰ হালি জালি যাই।
শুক্ল মেঘখণ্ড যেন আকাশে উৰাই ॥ ১৯৪৮৭
আকাশে চলিল যেন গৰুড় মহাপাখী।
ক্ষণেক্ষে কৌৰৱ সমে ভৈলা দেখাদেখি ॥
শ্মশান শালৰ বন সমীপ কাছত।
কৌৰৱ সম্মুখে পাচে ৰাখিলন্ত ৰথ ॥ ১৯৪৮৮
উত্তৰে দেখিল সেনা সাগৰ পৰাই।
হস্তী ঘোৰা ৰথ পাইক লেখা জোখা নাই ॥
অসংখ্যাত ছত্ৰচিহ্ন স্বুৰ্ণৰ দণ্ড।
ফুলি আছে বৃক্ষে যেন মহাবন খণ্ড ॥ ১৯৪৮৯
মহাৰথিগণ আছে আতি আড়ম্বৰে।
শক্ৰচাপ সম ধনু ধৰি নিৰন্তৰে ॥
মদমত্ত হস্তী সব লৈলে পটোৱাৰ।
সিন্দূৰে মণ্ডিত গণ্ড স্ৰৱে মদধাৰ ॥ ১৯৪৯০
মাহুতে খুম্পিলে বৃক্ষ ভাঙ্গি কৰে চূৰ।
কাল পৰ্ব্বতক যেন দেখি কতো দূৰ ॥
ৰাহুতে খেলাৱে ঘোৰা পক্ষী সম উৰে।
হেন দেখি চাৰি খুড়া ভূমিত নপৰে ॥ ১৯৪৯১
ধানুকি ধনুক ধৰি ধনুগুণ মাজে।
ডাবৰ খাণ্ডাক কাঢ়ি যুজিবাক সাজে ॥
বাৰুৱতি বাৰু ধৰি মাৰে বাৰুছাট।
ঘোৰবাৰে খাণ্ডা তুলি বোলে কাট কাট ॥'৯২
ঢাক ঢোল তবল মৃদঙ্গ কাংস্য বাৱে।
আকাশ পাইলেক ধ্বনি শঙ্খশিঙ্গা বাৱে ॥
ঝঞ্জৰা মহৰি ভেৰি পল্লব গোমুখ।
সৈন্যৰ আবাৱ-ৰাৱে শুনি কাম্পে বুক ॥ '৯৩
স্বুৰ্ণৰ ধ্বজচয় চমৎকাৰ দেখি।
ৰথতে পৰিল ঢাকি দুই হাতে আখি ॥
অৰ্জ্জুনক চাই বোলে বুৰিলো সাৰথি।
পালটাও ৰথখান পলাও সম্প্ৰতি ॥ ১৯৪৯৪
চক্ষু মেলি দেখা ইটো কৌৰৱী সেনাক।
কাহাৰ শকতি আছে যুজিবে ইহাক ॥
এতেক সেনাৰ মাজে আমি একেশ্বৰ।
ইন্দ্ৰ যম'সমসৰ সবে ধনুৰ্দ্ধৰ ॥ ১৯৪৯৫

শুনি আছো ভীষ্ম গুৰু দ্ৰোণৰ মহিমা।
মহাবলী কৰ্ণ কৃপ বীৰ অশ্বত্থামা ॥
দুতি ইন্দ্ৰ সম দেখি কৌৰৱ নৃপতি।
মানুষে যুজিবে কাৰ বাপৰ শকতি ॥ ১৯৪৯৬
যাৱদেকে কুৰুসেনা নতু আগভেণ্টে।
পালটোৱা ৰথখান পলাই যাওঁ ঝাণ্টে ॥
অৰ্জ্জুনে বোলন্ত কেনে কৰ উপালম্ভ।
এতিক্ষণে কৈক গৈল এতমান দম্ভ ॥ ১৯৪৯৭
দৰ্প কৰি খেদি আসি দেখি দেস ভঙ্গ।
দেখি ৰিপুগণে আজি পাইবেক আসঙ্গ ॥
কৈত শুনি আছা হেন ক্ষত্ৰিয়ৰ ধৰ্ম্ম।
ৰণ এৰি পলাই কোন শৃগালৰ জন্ম ॥ ১৯৪৯৮
শৰ ধনু কৱচক এৰ দুৰাচাৰ।
মিছাতেসে বহ কেনে গৰ্দ্দভৰ ভাৰ ॥
শত্ৰুৰ আগত দেখি পলাইবাক চাস।
গলে হাণ্ডি বান্ধি তই মৰিবাক যাস ॥ ১৯৪৯৯
আগে নাসিলি হস্তে যেনে যুৰাই হৌক।
তোহোৰ জগত লোকে হাসিবেক মোক ॥
আশেষ বীৰত্ব আগে বুলি আছ মোত।
সৈৰিন্ধ্ৰী প্ৰশংসি মোক কহিলেক তোত ॥'৫০০
দৰ্প কৰি আসিয়াছ স্ত্ৰীজনৰ মাজে।
এবে গৰু নিনি বেটা যাইবি কোন লাজে ॥
উত্তৰেও বোলয় গৰুত নাহি কাজ।
হাসোক বা লোকে মোক তাতো নাহি লাজ ॥'৫০১
প্ৰাণত অধিক বৰ কোন ধন আছে।
জীওঁ যেৱে ধনজন সবে পাইবো পাচে ॥
পালটোৱা ৰথখান দুহস্তো পলাওঁ।
নেউক পাল গোৱালক লুৰি সবে গাওঁ ॥ ১৯৫০২
উত্তৰে যতেক বোলে কটাক্ষে নচাস্ত।
অৰ্জ্জুনে অধিকে ৰথ আগত ডকাস্ত ॥
হেন দেখি উত্তৰে কান্দন্ত ডৰে বৰ।
উলটি ৰথৰ নামি দিলেক লৰৰ ॥ ১৯৫০৩
অৰ্জ্জুনে নামিয়া দেখি যান্ত পাচে পাচে।
অদভুত দেখি কুৰুবলে চাহি আছে ॥

স্ত্ৰীৰ আকাৰ বস্ত্ৰ নপুংসৰ বেশ ।
লৰৰন্তে হালে দীৰ্ঘ বেণীবন্ধা কেশ ॥ ১৯৫০৪
সৰ্ব্বাঙ্গে সুন্দৰ শ্যাম অৰ্জ্জুনৰ চন্দ ।
মেঘে যেন ঢাকি আছে পূৰ্ণিমাৰ চান্দ ॥
বয়সে তৰুণ আৰ সুকোমল কায় ।
মৎস্যৰ কুমাৰ তাক জানি অভিপ্ৰায় ॥ ১৯৫০৫
অৰ্জ্জুনৰ সহিতে আগে আসিলেক ধাই ।
আমাৰ সেনাক দেখি উলটি পলাই ॥
অৰ্জ্জুনৰ থানে আউৰ দেখিয়া বিক্ৰান্ত ।
ৰথ হন্তে নামি আৰে তাক খেদি যান্ত ॥১৯৫০৬
হেন অন্যো অন্যে আৰে বোলন্ত কৌৰৱ ।
নিশ্চয় অৰ্জ্জুন বুলি নিচিনিল কেৱ ॥
এতেকে অৰ্জ্জুনে খেদি উত্তৰক পাই ।
বামহাতে চুলত ধৰিয়া ওলটাই ॥ ১৯৫০৭
পলাইতে নপাই মৎস্যৰাজাৰ নন্দন ।
আতি দীৰ্ঘৰাৱে তেৱে কৰিলা ক্ৰন্দন ॥
ভূমিত পৰিল লুটি কতো দূৰ গই ।
কাকুতি কৰন্ত হাতে দন্তে খেৰ লই ॥ ১৯৫০৮
অৰ্জ্জুনৰ জানুত ধৰিয়া দুই হাতে ।
আশেষ কাকুতি কৰি বুলিয়া কান্দন্তে ॥
কাতৰ কৰোহো দুই চৰণত ধৰো ।
ক্ষমা কৰা বৃহন্নলা বিপাঙ্গে নমৰো ॥ ১৯৫০৯
সাগৰ সঙ্কাশ ইটো কৌৰৱী সেনাক ।
ধানশৃঙ্গ গোটে আমি যুজিবোহো তাক ॥
নাহিকে পদাতি ৰথী আমি একেশ্বৰ ।
আছোক যুজিবো তাক দেখি লাগে ডৰ ॥ '১০
গুণি চোৱা বৃহন্নলা কোন পদে আটি ।
পৰ্ব্বতৰ আগে যেন বদৰিৰ পান্তি ॥
চক্ষু মেলি বৃহন্নলা দেখা কুৰুবল ।
সম্যেকে দেখিয়া যেন কাল মেঘদল ॥ ১৯৫১১
চপৰা গড়ৰ লোক বৃক্ষক উৎপাতি ।
চপৰাচপৰি কৰি নিবে পাৰে মাটি ॥
মৰণত কৰি আৰে জীৱনেসে ভাল ।
এৰা বৃহন্নলা দুয়ো পলাওঁ সকাল ॥ ১৯৫১২

সুৱৰ্ণ শতেক দেওঁ লোৱা তুমি গণি ।
দিব্যৰত্ন বৈদুৰ্য্যৰ দিবো আঠ মণি ॥
দশগোটা হস্তী আৰো দেওঁ ময়মত্ত ।
সুৱৰ্ণৰ দণ্ডছত্ৰ দিবো এক শত ॥ ১৯৫১৩
দশগোটা দাসী আৰো দিবোহো তোমাক ।
ক্ষমা কৰা বৃহন্নলা এৰিয়ো আমাক ॥
সুৱৰ্ণ শতেক ৰত্ন দিবি তাকো পাইবো ।
ৰথখান দিবি তাত উঠিয়া বেৰাইবো ॥ ১৯৫১৪
ছত্ৰখান দিবি যাইবো শীতল ছাঁয়াত ।
তোৰ দশ মণি কোন কাৰ্য্য আছে তাত ॥
উত্তৰে বোলয় শুনা মণিৰ মহিমা ।
একৈকৰ মূল্য তাত কৌটি লক্ষ্য সীমা ॥ ১৯৫১৫
ইহেন মণিৰ গুণ নজানয় আনে ।
ৰাইৰাজেশ্বৰতো নাহিকৈ একো থানে ॥
এক মণি আছে মোৰ নাম চন্দ্ৰকান্তি ।
নিশাভাগে জ্বলৈ যেন সহস্ৰেক বাতি ॥ ১৯৫১৬
স্বভাৱে মণিৰ গুণ গ্ৰীষ্মত শীতল ।
পিন্ধিলে গাৱত হোৱে অষ্টগুণ বল ॥
সূৰ্য্যকান্তি নামে মণি আছয় বৈদুৰ্য্য ।
চাহিবে নপাৰি তাক যেনে জ্বলে সূৰ্য্য ॥ ১৯৫১৭
শিশিৰ কালত উষ্ণ উষ্ণত শীতল ।
দিনৰাত্ৰি নজানিয়া মণিৰ কাৰণ ॥
আউৰ মণি গোট আছে দেৱতাক যোগ্য ।
বান্ধিলে পাৱয় তাত পঞ্চামৃত ভোগ্য ॥ ১৯৫১৮
ষড়ৰস অন্ন পাই মধু-মিষ্ট-পিষ্ট ।
চিন্তামণি নামে মণি গোট উতকৃষ্ট ॥
আউৰ মণি আছে মোৰ কামিনীমোহন ।
কামদেৱ সম হোৱৈ পিন্ধে যিবাজন ॥ ১৯৫১৯
হস্তিনী চিত্ৰিনী নাৰী শাঙ্খিনী পদ্মিনী ।
দেৱকন্যাগণ বশ্য হোৱৈ সেহি মণি ॥
আউৰ মণি গোট খোড়া কুজা কোঙ্গা যত ।
জৰা আদি কৰি ৰোগ হৰয় সমস্ত ॥ ১৯৫২০
জন্মত নপুংস যদি থাকে ভাগ্যবশে ।
সুন্দৰ পুৰুষ সিয়ো হুইবেক আৱসে ॥

স্পর্শ নামে মণি গোট আছয় উত্তম।
ধন উপাৰ্জ্জন্তে কিছো নাহি পৰিশ্রম ॥ ১৯৫২১
তাম্র কাংস্য লোহা ৰূপা যতেক সুৱৰ্ণ।
পৰশ মাত্রকে হোৱৈ সবেখানি স্বৰ্ণ ॥
আউৰ মণি গোট আছে হুইবে ৰণ জয়।
সিংহ বাঘ ৰাক্ষস কাহাকো নাহি ভয় ॥ ১৯৫২২
নেভেদৈ নেছেদৈ দেহা একো অস্ত্রঘাৱে।
অগ্নিতো মৰণ নাই মণিৰ প্ৰভাৱে ॥
আউৰ মণি গোট আছে ত্ৰৈলোক্যতে সাৰ।
বিনা নাৱে হুই সাতো সাগৰৰ পাৰ ॥ ১৯৫২৩
স্বৰ্গকো যাইবাৰ পাৰি পাতালপুৰক।
মুহি শঙ্কা দেৱাসুৰ গন্ধৰ্ব্ব নাগক ॥
হেন শুনি অৰ্জ্জুনৰ সম্পজিল হাস।
এহি মণি আছে যেৱে কিসক পলাস ॥ ১৯৫২৪
জিনিবে পাৰস তই এহি তিনিলোক।
তেৱে কিয় কাকুতি কৰস হেন মোক ॥
ধিক্ যে আছোক মণি পাইলো গোড়শুদ্ধি।
বাহুত বান্ধিয়া থওঁ শোভৰ ঔষধি ॥ ১৯৫২৫
নাহি মণি কিছো মুহি জানিলো স্বৰূপ।
পলাইবাক লাগিয়া কৰস চাপচুপ ॥
এহি শুনি কান্দে মৎস্যৰাজাৰ কুমাৰ।
অৰ্জ্জুনে বোলন্ত তই নকৰিবি ডৰ ॥ ১৯৫২৬
মই আজি যুঁজো দেখ কৌৰৱী সেনাক।
সাৰথি যে হুইয়া তই ৰথখান ডাক ॥
একেশ্বৰে দেখা আজি মোৰ মুনিষাই।
কৌৰৱক জিনি পাল আনো ওলটাই ॥ ১৯৫২৭
অনেক আশ্বাস তাক বুলি সকৰুণে।
আপুনি ৰথত ধৰি তুলিলা অৰ্জ্জুনে ॥
উত্তৰক আগ কৰি উঠিল পাচত।
সমীৰবৃক্ষক লাগি ডাকিলেক ৰথ ॥ ১৯৫২৮
বৈশম্পায়ন বদন্তি শুনিয়ো নৰনাথ।
সেহি বেলা বিমঙ্গল কৌৰৱসেনাত ॥
বৃক্ষসব ভাগে ভূমি কাম্পে ঘনে ঘন।
হেন দেখি সবাকে বুলিলা গুৰু দ্ৰোণ ॥ ১৯৫২৯

অদভুত বিমঙ্গল দেখা উতপাত।
সৈন্যৰ মাজত আসি পৰিল নিৰ্ঘাত ॥
ওপৰত কাক সেন শগুণ বনাই।
খৰ বায়ু বৱে খোলা খাপৰ উৰাই ॥ ১৯৫৩০
নিশ্ৰীক বদন কেন দেখিয়ো সেনাক।
মেঘ সবে ৰুধিৰ বৰিষে ঝাকেঝাক ॥
আপুনি তূণৰ শৰ খসি খসি পৰে।
হস্তী ঘোৰা কান্দে বৰ বিমঙ্গল ৰৱে ॥ ১৯৫৩১
ধ্বজত পৰিয়া কাকে কৰে কাহাকাহা।
চৌপাসে শুনাহা কেন শৃগালৰ ৰাহা ॥
বিপৰীত বিমঙ্গল মিলে তিলে তিল।
ধ্বজচয় কাম্পে ঘোৰ সমৰ মিলিল ॥ ১৯৫৩২
নপুংসক বেশে দেখা আসৈ একেশ্বৰ।
প্ৰজা সংহৰিতে যেন ৰুদ্ৰৰূপে হৰ ॥
ই তিনি ভুৱনে লোক আছে কোন জন।
নিশ্চয়ে জানিবা সাজি আসন্ত অৰ্জ্জুন ॥ ১৯৫৩৩
ঘোৰ যুদ্ধ হুইব আজি প্ৰজাৰ মৰণ।
আপুনাক সাৱধান হোৱা বীৰগণ ॥
দ্ৰোণক সম্বোধি বোলৈ ৰাজা দুৰ্য্যোধন।
হেন জানা গুৰু মোৰ দৈৱেসে প্ৰসন্ন ॥ ১৯৫৩৪
অনেক প্ৰবন্ধে খুজি নপাইলোহো যাক।
মোৰেসে বিধাতা আনি মিলাইলেক তাক ॥
তেৰ্হয় বৎসৰ নতু যান্ত সাৰশেষে।
হেনতো অৰ্জ্জুনে যদি মোক খেদি আসে ॥ '৩৫
পুনৰপি পাণ্ডৱৰ প্ৰতিজ্ঞা হুই ভঙ্গ।
ইহাত অধিক মোৰ আছে কোন ৰঙ্গ ॥
বাৰ্হয় বৎসৰ আৰো যাইবে বনবাসে।
দ্ৰোণক সম্মুখি ৰাজা খলখলি হাসে ॥ ১৯৫৩৬
নাসন্ত অৰ্জ্জুন মুহি আসে আন কেৱ।
দানৱ মানৱ যক্ষ ছদ্মে এক দেৱ ॥
যদি মৎস্য নৰপতি খেদি আসে সাজি।
দুৰ্ব্বাৰ সমৰে তাক মাৰি পেসো আজি ॥১৯৫৩৭
মুহি হানি গদা তাক কৰো বুন্দাম্বাৰ।
হেন জান যমে পাত্ত মলছিলে তাৰ ॥

ৰাজাৰ বচন হেন শুনি পাত্ৰগণ ।
ভীষ্ম গুৰু দ্ৰোণ কৃপ অশ্বত্থামা কৰ্ণ ॥১৯৫৩৮
আনো মহাৰথীগণ যতেক আছিল ।
জয় জয় ৰাজা বুলি সবে প্ৰশংসিল ॥
এতেকে অৰ্জ্জুনে পাইলে সমীধবৃক্ষক ।
ৰথ ৰাখি তলত বুলিলা উত্তৰক ॥১৯৫৩৯
হেৰ দেখ উত্তৰ তোহোৰ ক্ষুদ্ৰ ধনু ।
মোহোৰ হাতত টানন্তে সে ভাগে যেনো ॥
কুঞ্জৰ মৰ্দ্দন টান বজ্ৰ সম চোট ।
মোহোৰ বাহুৰ বল নসহয় তোত ॥১৯৫৪০
কুশকণ্ট সম ক্ষুদ্ৰ তোৰ ইটো বাণ ।
মোহোৰ হাতত যেন খেৰ যে পতান ॥
হেৰ দেখ সমীধত ঝাণ্টে গৈয়া চড় ।
পাঞ্চখান ধনু আতে আছে বৰ বৰ ॥১৯৫৪১
দশগোটা তূণে ভৰি থৈয়া আছে বাণ ।
ইহাৰ এথান ধনু ভাল বাচি আন ॥
উত্তৰ বদতি কত উপালম্ভ কৰা ।
মৃতক প্ৰাণীক পাই বিকৰ্থি নমাৰা ॥১৯৫৪২
তোমাক যেতিয়া মই আনিলো সাৰথি ।
তেতিক্ষণে জানো মোক পাইলেক দুৰ্গতি ॥
স্বভাৱে নিৰ্দ্দয় জাতি নপুংসক জন ।
নমানই বাপ মাৱ মিত্ৰ বন্ধুগণ ॥১৯৫৪৩
বিশেষত তুমি আমি নাহি চিনা জনা ।
তাতেসে এতেক মোক কৰা বিকৰ্থনা ॥
স্বদেশী সাৰথি যেৱে হৱে আন লোক ।
তাহাৱে কি বাপে তেৱে হেন কৰে মোক ॥'৪৪
ক্ষমা কৰা বৃহন্নলা এৰা উৎপাত ।
শুনি আছো শৰগোট বান্ধি আছে আত ॥
ৰাজাৰকুমাৰ শৰ নলাৰিবো হাতে ।
ব্যাধৰ কৰ্ম্মক কৰিবোহো কেনমতে ॥১৯৫৪৫
কৌৰৱক যুজি যদি এহিমতে মৰো ।
তথাপিতো হাতে শৰ লাৰিতে নপাৰো ॥
অৰ্জ্জুনে বোলন্ত তই নকৰিবি ডৰ ।
শৱ নুহি পাঞ্চখান ধনু পাণ্ডৱৰ ॥১৯৫৪৬
নজানিসি শৱ আক বোলৈ সৰ্ব্বলোক ।
নিন্দিত কৰ্ম্মক কেনে কৰাইবোহো তোক ॥
পাঞ্চখান ধনু আত আছে এক ঠাই ।
ইহাৰ এখান ধনু আন ভাল চাই ॥১৯৫৪৭
আপুনি বৃক্ষত চড়ি ননমাস্ত ধনু ।
বোলন্ত উত্তৰ ডৰে পলাই যাই যেনো ॥
ৰথ ৰাখি তলত থাকিলা ধনঞ্জয় ।
বৃক্ষত চৰিল মৎস্যৰাজাৰ তনয় ॥১৯৫৪৮
ঢাকন গুচায়া চাৱে আছে পাঞ্চধনু ।
মহাভয়ে উত্তৰৰ ৰোমাঞ্চিত তনু ॥
সূৰ্য্যৰ কিৰণ যেন জ্বলন্তে আছয় ।
সাক্ষাতে ভাৰ্গৱ বুধ মঙ্গল উদয় ॥১৯৫৪৯
দশগোটা তূণ ভৰি আছে সবে শৰ ।
শনাইতে ত্ৰিশূল সম দেখি লাগে ডৰ ॥
গৃদ্ধ্ৰ কঙ্কপত্ৰে চাইল শাইল প্ৰৱন্ধে ।
লহ লহ সৰ্প যেন মানুষৰ গন্ধে ॥১৯৫৫০
ডৰিল উত্তৰে দেখি চিকিমিকি কান্তি ।
বৃক্ষ হন্তে বোলে ওবা বুৰিল সাৰথি ॥
বিস্ময় ভৈলোহো বৰ মিলিল অকাৰ্য্য ।
ধনু নুহি পাঞ্চ গোটা আছে সৰ্পৰাজ ॥১৯৫৫১
বাসুকী সদৃশ দেখো সহস্ৰেক ফণ ।
চাহিবে নোৱাৰো যেন সূৰ্য্যৰ কিৰণ ॥
কাঁড় পাঞ্চখান বৰ ধনু ভয়ঙ্কৰ ।
দশগোটা তূণ ভৰি আছে কাঁড়শৰ ॥১৯৫৫২
সৰ্পমুখ শিলিমুখ আৰো বাঘমুখ ।
ত্ৰিকণ্টিক বজ্ৰদন্ত ভল্ল ৰুক্মপুঙ্খ ॥
কতো ক্ষুৰ কণিয়াল নৰাচ সুচন্দ্ৰ ।
বৈৰ বীৰ ত্ৰিশিৰ নাশন অৰ্দ্ধচন্দ্ৰ ॥১৯৫৫৩
অগণিৰ শিখা যেন দেখি গাৱ কাম্পে ।
লহ লহ কৰৈ যেন জিহ্বা মেলি সাপে ॥
অৰ্জ্জুনে বোলন্ত শুনা ৰাজাৰ কুমাৰ ।
পাঞ্চখান ধনু এহি পাঞ্চ পাণ্ডৱৰ ॥১৯৫৫৪
দশগোটা তূণে দেখ শৰে আছে ভৰি ।
ইহাৰ এথান ধনু আন ঝাণ্ট কৰি ॥

সুবৰ্ণ ৰচিত ধনু জ্বলৈ দেখ যাক।
সুবৰ্ণৰ গুৰালি উৰয় ঝাকে ঝাক ॥ ১৯৫৫৫
সুবৰ্ণ পুখিয়া বাণ দেখি কচিকৰ।
এহি ধনুখান যুধিষ্ঠিৰৰ হাতৰ।
ডাঙ্গৰ দীঘল ধনু ভয়ঙ্কৰ আতি।
পিঠিত লগাইল সুবৰ্ণৰ শত হাতী ॥ ১৯৫৫৬
অৰ্দ্ধচন্দ্ৰ শৰ ভল্ল দীঘল ডাঙ্গৰ।
এহি ধনু-বাণ তূণ দুৰ্জ্জয় ভীমৰ ॥
ৰত্নময় ধনুখান খচিত বৈদুৰ্য্য।
পিঠিত লগাইল সুবৰ্ণৰ শত সূৰ্য্য ॥ ১৯৫৫৭
হৰিদ্ৰাবৰণ শৰ আতি তীক্ষ্নতৰ।
মাদ্ৰিসুত নকুলৰ এহি ধনুশৰ ॥
সুবৰ্ণৰ কামে ধনু জ্বলে অতিৰেক।
সুবৰ্ণ ফিৰিঙ্গা দিল পিঠিত শতেক ॥ ১৯৫৫৮
শনাইত প্ৰচণ্ড যমদণ্ড সমসৰ।
এহি ধনুৰ্ব্বাণ সহদেৱৰ হাতৰ ॥
নানা দিব্যৰত্নে বিৰচিত চমৎকাৰ।
জম্বুনদ সুবৰ্ণৰ জ্বলে শত ভাৰ ॥ ১৯৫৫৯
তাল বৃক্ষ সম শৰ দীঘল ডাঙ্গৰ।
বৈৰ বীৰ ক্ষয়ঙ্কৰ দেখি ভয়ঙ্কৰ।
দেৱ বিশ্বকৰ্ম্মে যাক প্ৰবন্ধে স্ৰজিল।
সুৰাসুৰ নাগ যক্ষ সবেও পূজিল ॥ ১৯৫৬০
অৰ্জ্জুন গাণ্ডীবধনু জগতে প্ৰখ্যাত।
সহস্ৰ বৎসৰ পূৰ্ব্বে আছিলা ব্ৰহ্মাত ॥
দক্ষ প্ৰজাপতিক যে ব্ৰহ্মাদেৱে দিল।
পঞ্চদশশত বৰ্ষ তেহেন্তে ধৰিল ॥ ১৯৫৬১
পঞ্চদশ বৎসৰ ধনু আছিল ইন্দ্ৰত।
চন্দ্ৰতো আছিল ধনু বৰিষ যে শত ॥
বৰুণে ততেক দিন ধৰিলন্ত পাচে।
পঞ্চষষ্ঠি বৎসৰ যে অৰ্জ্জুনতো আছে ॥ ১৯৫৬২
সুবৰ্ণৰ তূণ ভৰি আছে শৰচয়।
সহস্ৰ বৎসৰে নাহি খয়বয় ॥
গৃধ্ৰ কঙ্কপত্ৰে চাইল শনাইত তীখাল।
বাসুকী সদৃশ বৈৰ বীৰ অন্তকাল ॥ ১৯৫৬৩

জগত প্ৰসিদ্ধ মোক বোলে সব্যসাচী।
এই দশ নাম মোৰ লৈয়ো গণি বাচি ॥
উত্তৰে বোলন্ত আত নাহিকে প্ৰত্যয়।
অৰ্জ্জুনৰ দশ নাম জগতে জানয় ॥ ১৯৫৬৪
বিশেষত তান তুমি আছিলা সাৰথি।
শুনি আছা দশ নাম মোৰ হেন মতি ॥
শুনাশুনি কহিবাক পাৰে সৰ্ব্বজনে।
কহিয়োক কোন নাম ভৈল কি কাৰণে ॥'৬৫
অৰ্জ্জুনে বোলন্ত শুন ৰাজাৰ তনয়।
কহো মই সাঙ্গে দশ নামৰ নিৰ্ণয় ॥
পৃথিবীমণ্ডলে যত আছে ৰাজাগণ।
সবাকে জিনিয়া মই লৈলো বহু ধন ॥ ১৯৫৬৬
ধনমাজে বসি আছো হৰিষে নিৰ্ভয়।
সেহিবেলা মোৰ নাম ভৈল ধনঞ্জয় ॥
সুবৰ্ণে ৰচিত চিত্ৰ সন্নাহ গাৱত।
পূৰ্ণিমাৰ চন্দ্ৰ সম অগ্নিবৰদত্ত ॥ ১৯৫৬৭
শ্বেত চাৰি ঘোৰা মোৰ বহে ৰথখান।
সি কাৰণে বোলে মোক শ্বেত যে বাহন ॥
সপ্তদ্বীপা পৃথিবীৰ আছে যত লোক।
কাহাৰো গাৱৰ বৰ্ণে সম নাহি মোক ॥ ১৯৫৬৮
শুক্ল কৰ্ম্ম কৰো মোৰ দেখি বহু গুণ।
দেৱঋষিগণে নাম থৈলন্ত অৰ্জ্জুন ॥
যেতিক্ষণে ধনু ধৰি সমৰক যাওঁ।
বিনা যুদ্ধে নিজিনিয়া ভঙ্গে নপলাওঁ ॥ ১৯৫৬৯
দেৱাসুৰ নাগ যক্ষ কাকো নাহি ভয়।
সি কাৰণে সবে মোক বোলয় বিজয় ॥
পূৰ্ব্বফাল্গুনীঋক্ষে ফাল্গুন মাসত।
হিমৱন্ত পৰ্ব্বতত জাত পূৰ্ণিমাত ॥ ১৯৫৭০
দেৱবীৰ্য্য কলেৱৰ নাহি ক্ষতি-ক্ষুণ।
সি কাৰণে সবে মোক বোলয় ফাল্গুন ॥
যৈসানি পূৰ্ব্বত আমি দানৱ বধিল।
দিব্য যে কিৰীটি এক ইন্দ্ৰে মোক দিল ॥'৭১
দেৱঋষিগণ সবে কৰি পুষ্পবৃষ্টি।
সেহিবেলা মোৰ নাম থৈলন্ত কিৰীটি ॥

হেৰ দেখ উত্তৰ মোহোৰ দুই হাতে।
কৰ বান্ধি আছে ধনুগুৰ্ণ আঝোৰন্তে ॥ ১৯৫৭২
দুয়ো হাতে আমি শৰশ্ৰম শিখি আছি।
সি কাৰণে সবে মোক বোলে সব্যসাচী ॥
কাতৰ কৰয় ৰণ হাৰিয়া পলাই।
অস্ত্ৰহীন প্ৰাণীক নমাৰো ছেগ পাই ॥ ১৯৫৭৩
নিন্দিত কৰ্ম্মক মই নকৰোও কিছো।
সি কাৰণে মোৰ নাম বুলিয় বিভৎসু ॥
ইন্দ্ৰৰ তনয় আমি মহা পৰাক্ৰম।
বৈৰ বীৰ দমন বামন সমাগম ॥ ১৯৫৭৪
দেৱাসুৰ নাগ যক্ষ হাৰিল আমাত।
সি কাৰণে বিষ্ণু-নাম ত্ৰৈলোক্য প্ৰখ্যাত ॥
কৃষ্ণত ভকত আতি নিৰুপম দেহ।
ছোটহন্তে পিতৃৰ আমাত বৰ স্নেহ ॥ ১৯৫৭৫
উত্তম সুন্দৰ বৰ্ণ দেখি মোক শ্যাম।
কৌতুকে পিতৃয়ে মোক দিলে কৃষ্ণনাম ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
হেন শুনি নামি মৎস্য ৰাজাৰ কুমাৰ ॥ ১৯৫৭৬
প্ৰদক্ষিণে অৰ্জ্জুনক নমস্কাৰ কৰি।
আশেষ প্ৰণতি কৰৈ চৰণত ধৰি ॥
নমো ধনঞ্জয় কুৰুকুলে অৱতাৰ।
অজ্ঞান দোষক প্ৰভো ক্ষমিও আমাৰ ॥ ১৯৫৭৭
নচাইলো গোৰাইলো হাস পৰিহাস ভাৱে।
সিসব দোষক ক্ষমা কৰা তজু পাৱে ॥
এবে জানো প্ৰভো মোৰ কিছো শঙ্কা নাই।
আপুনি অৰ্জ্জুন যাৰ ভৈলন্ত সহায় ॥ ১৯৫৭৮
যাহাৰ বীৰত্ব গুণ কহে তিনিলোক।
এৱে কি কহিবো মোক আজ্ঞা কৰিয়োক ॥
অৰ্জ্জুনে বোলন্ত শুন ৰাজাৰ তনয়।
আমি বিদ্যমানে কিছো নকৰিবি ভয় ॥ ১৯৫৭৯
ঝাণ্ট কৰি আনি দিয়ো মোৰ ধনুশৰ।
হেৰ জান তোৰ গৰু পাইলে আসি ঘৰ ॥
অৰ্জ্জুনৰ এহি বাণী শুনিয়া উত্তৰ।
বৃক্ষৰ নমাইয়া আনি দিলা ধনুশৰ ॥ ১৯৫৮০
অৰ্জ্জুনক সবে শৰে বুলিলা প্ৰণামি।
আজ্ঞা দিয়ো প্ৰভো তুমি কি কৰিবো আমি ॥
তোমাৰ অনিষ্ট চিন্তে কোন দুৰাচাৰ।
আজ্ঞা দিয়া আমি তাক কৰো বুন্দামাৰ ॥ ’৮১
অৰ্জ্জুনে আশ্বাসি হাসি বুলিলা বচন।
তুমি আসি কতো কালে ভৈলো দৰিশন ॥
চিৰকালে বন্ধনৰ ভৈলাহা মেলান।
ৰিপুসৈন্যশোণিত কৰাহা আজি পান ॥ ১৯৫৮২
এতিক্ষণ সবে পশি থাকাহা তূণত।
সমৰ বেলাত মোৰ পৰিবা মনত ॥
যেতিক্ষণে যাক মই মাৰিবাক চাওঁ।
সাৱধানে থাকা যেন শীঘ্ৰে লাগ পাওঁ ॥ ১৯৫৮৩
অৰ্জ্জুনে শৰক হেন বুলিলা আশ্বাসি।
কৌতুকে তূণত সবে থাকিলেক পশি ॥
পুনৰপি কৰযোৰে মৎস্যৰ নন্দন।
অৰ্জ্জুনক চাই হেন বুলিলা বচন ॥ ১৯৫৮৪
শুনি আছো তোমাৰ অশেষ পৰাক্ৰম।
সাক্ষাততে যেন নাৰায়ণ ইন্দ্ৰ সম ॥
ত্ৰিভুৱনে খ্যাতিলন্ত বীৰ ধনঞ্জয়।
তুমি বিদ্যমানে মোৰ কিছো নাহি ভয় ॥ ১৯৫৮৫
একেসে কাৰ্য্যত মোৰ মনত বিস্ময়।
উগুলথুগুল মোৰ নুগুচে সংশয় ॥
সৰ্ব্বাঙ্গে সুন্দৰ দেহ চন্দ্ৰতো অধিক।
নপুংসক ভাৱ হেন ভৈলা তুমি কিক ॥ ১৯৫৮৬
অৰ্জ্জুনে বোলন্ত শুন ৰাজাৰ তনয়।
নপুংসক ভৈলো মই জানিবা নিশ্চয় ॥
জ্যেষ্ঠ ভাইৰ সত্য বচনক অনুসৰি।
বৰিষেক আছো মই ব্ৰহ্মচৰ্য্য ধৰি ॥ ১৯৫৮৭
সমাপত ভৈল আৱে অঙ্গীকাৰ ব্ৰত।
মোহোৰ বীৰত্ব আজি দেখ সমৰত ॥
ঊৰ্দ্ধবাহু কৰি হেৰ বোলো তোক দৃঢ়।
মোৰ বাহুযুগে তোৰ ভৈল ৰক্ষাগড় ॥ ১৯৫৮৮
বৃক্ষলতা দুৰ্গময় ভৈলা শৰচয়।
ৰথত নগৰী সম থাকিবি নিৰ্ভয় ॥

দেখ মোৰ যুদ্ধ আজি ৰথখান ডাক।
একেশ্বৰে মাৰো আজি কৌৰৱী সেনাক ॥ '৮৯
হেন জানি কৌৰৱক পাইলে যমকালে।
মাংসক ভুঞ্জোক কাক শগুন শৃগালে ॥
উত্তৰে বোলয় প্ৰভো শুনা ধনঞ্জয়।
এভো মোৰ কৌৰৱক দেখি লাগে ভয় ॥ ১৯৫৯০
তাহাৰ বিস্তৰ সেনা আমি একেশ্বৰ।
মহাবীৰ পৰাক্ৰমী সবে ধনুৰ্দ্ধৰ ॥
ভীষ্ম গুৰু দ্ৰোণ কৃপ অশ্বত্থামা কৰ্ণ।
একৈক জিনিবে পাৰে তিনিয়ো ভুৱন ॥ ১৯৫৯১
দুতি ইন্দ্ৰ সম আতি কৌৰৱ নৃপতি।
পৃথিবী মণ্ডলে শুনো এহি চয় ৰথী ॥
দুঃশাসন বিবিংশতি দুঃসহ দুৰ্ম্মুখ।
দুৰ্জ্জয় বিকৰ্ণ চিত্ৰসেন প্ৰতিমুখ ॥ ১৯৫৯২
ৰাজা দুৰ্য্যোধনৰ সোদৰ ঊনশত।
আনো মহাৰথীসব আছে অপৰ্য্যন্ত ॥
একৈকৰ লগে ৰথ চলে লক্ষ লক্ষ।
পদ্মো মহাপদ্ম শঙ্খ পদাতি অসংখ্য ॥ ১৯৫৯৩
কোটি সহস্ৰেক লৰে একৈক লৰত।
একেশ্বৰে সবাকো যুঁজিবা কেনমত ॥
নাহিকৈ তোমাৰ কেৱ সাৰথি সহায়।
হস্তীকো বান্ধয় তৃণ-জৰী এক ঠাই ॥ ১৯৫৯৪
একক অনেকে যদি সমৰত ধাৱে।
অথান্তৰ হৱে জানো সমুলি বুৰাৱে ॥
হেন শুনি হাসিয়া বুলিলা কুন্তীসুত।
সিংহক কৰিবে কিবা পাৰে হস্তী-যুথ ॥ ১৯৫৯৫
গৰুড়ক কি কৰিবে পাৰয় ভুজঙ্গ।
একেশ্বৰে কেনে কৰো চাই থাকা ৰঙ্গ ॥
যৈসানি খাণ্ডৱ দহি অগ্নিক তৰ্পিল।
সুৰাসুৰ নাগে মোক সবেও যুজিল ॥ ১৯৫৯৬
ইন্দ্ৰে বৰিষিলা ঘোৰ বৃষ্টি সমুদায়।
সি কালত কোন মোৰ আছিল সহায় ॥
ইটো কোন মোৰ আগে ক্ষুদ্ৰ যে যুৱক।
তৃণ বুলি নগণোহো সবে কৌৰৱক ॥ ১৯৫৯৭

দিব্য অস্ত্ৰ হানি মই দেৱক ভঙ্গাইবো।
নাগলোক জিনি সাতো পাতালক যাইবো ॥
শৰ বৰিষিবো সাত সাগৰান্তে সীমা।
আজি মোৰ সমৰত বুজোক মহিমা ॥ ১৯৫৯৮
নিজ অস্ত্ৰে চানি থৈবো গগন সমস্ত।
চন্দ্ৰ সূৰ্য্য বায়ুৰ যে নিৰোধিবো পথ ॥
সাগৰ শুষিবো মহী পৰ্ব্বত ভেদিবো।
দুষ্ট কৌৰৱৰ সুখে থাকিবে নেদিবো ॥ ১৯৫৯৯
মোহোৰ বীৰত্ব আজি দেখ তেৱে সাঙ্গ।
কুৰুসৈন্যশোনিতৰ বহাইবোহো গাঙ্গ ॥
এহি বুলি ধনঞ্জয়ে ৰথৰ নামিলা।
স্ত্ৰীৰ আকাৰ বস্ত্ৰ গুচাইলা মেখলা ॥ ১৯৬০০
কাঢ়িল বলয়া শাখা এৰি ছদ্মবেশ।
থিউযুৰ কৰি ফালি বান্ধিলন্ত কেশ ॥
বিচিত্ৰ বসন গাৱে পিন্ধিল উত্তম।
মেঘ ছিৰি বাজ ভৈলা চন্দ্ৰবিম্ব সম ॥ ১৯৬০১
ভস্ম ছদ্ম গুচি যেন জ্বলিল অগনি।
সূৰ্য্যৰ উদয়ে যেন গুচিল ৰজনী ॥
শিশিৰ গুচিল যেন ফুলিল কমল।
শ্ৰীমন্ত শৰীৰ চন্দ্ৰ সদৃশ উজ্জ্বল ॥ ১৯৬০২
উত্তৰৰ সিংহধ্বজ ধনু বাণ ৰথ।
সবাকো থৈলন্ত বান্ধি সমীধবৃক্ষত ॥
শৌচ আচমন তুই বিষ্ণুক সুমৰি।
শ্ৰীহৰি গোবিন্দক প্ৰণিপাত কৰি ॥ ১৯৬০৩
ধ্যান কৰি অগনিক চিন্তিলা মনত।
দিব্য ৰথখান আসি মিলিলা আগত ॥
সুবৰ্ণে মাণিকে কামে অগ্নিবৰ দত্ত।
মনপৱনৰ বেগে চলৈ আকাশত ॥ ১৯৬০৪
বানৰৰ ধ্বজ গোট আতি বিপৰীত।
কণক গিৰিত যেন সূৰ্য্যৰ উদিত ॥
আতি ঘোৰ ৰাৱে ঘনে চিএৰন্তে আছে।
যুদ্ধক প্ৰবন্ধে উঠি ঠিয়লাঞ্জে নাচে ॥ ১৯৬০৫
সুবৰ্ণ অক্ষয় তূণ বান্ধিলা পিঠিত।
অসংখ্যাত অস্ত্ৰ আছে যুদ্ধৰ সম্ভৃত ॥

অভেদ কবচখান পিন্ধিল গাৱত।
ধ্বজক প্ৰণমি গৈই চৰিলা ৰথত ॥ ১৯৬০৬
উত্তৰ সাৰথি ৰথ ডাকিবাক লৈলা।
দেখি কুৰুসেনা সবে সচকিত ভৈলা ॥
অৰ্জ্জুনো গাণ্ডীৱ ধনু কৰিলা টঙ্কাৰ।
মেঘৰ গৰ্জ্জন সম শুনি বাৰংবাৰ ॥ ১৯৬০৭
শঙ্খনাদ কৰিলন্ত অতি বিপৰীত।
জানু পাৰি চাৰি ঘোৰা পৰিলা মাটিত ॥
উত্তৰ সাৰথি ভৱে বাঘজৰী এৰি।
চক্ষু মুদি ৰথত থাকিয়া গৈল পৰি ॥ ১৯৬০৮
হেন দেখি ধনঞ্জয়ে উঠি তেতিক্ষণে।
জৰী ধৰি ৰথখান তুলিলা তেখনে ॥
উত্তৰকো হাতে ধৰি বুলিলা বুজাই।
আকোৱালি গ্ৰীৱে চাপি কহিলা বুজাই ॥ '৬০৯
ৰাজাৰ কুমাৰ তুহি লোক হঁসুৱালি।
শঙ্খগোট বাইলো তই তাহাতে ডৰিলি ॥
উত্তৰে বোলয় শুনি আছো বহুতৰ।
শঙ্খ সিংহনাদ মদমত্ত কুঞ্জৰৰ ॥ ১৯৬১০
হেন শঙ্খনাদ নোউ শুনো এতকাল।
থলকিল বুকু মোৰ কৰ্ণে দিলে তাল ॥
অৰ্জ্জুনে বোলন্ত থিৰ হৈয়ো আপুনাক।
পুনৰপি শঙ্খ বাওঁ ৰথখান ডাক ॥ ১৯৬১১
এহি বুলি অৰ্জ্জুনে আৰকা বাইল শঙ্খ।
শুনি কুৰুকটকত লাগি গৈল চঙ্ক ॥
পৰ্ব্বতত আসি যেন ভৈল বজ্ৰপাত।
শবদে পূৰিল গিৰি গুহা সাগৰান্ত ॥ ১৯৬১২
কম্পিল পৃথিৱীখান পাতাল পৰ্য্যন্ত।
ডৰে জীৱজন্তু বোলে মিলিল যুগান্ত ॥
বানৰৰ ধ্বজগোটে তেজিলা আতাস।
স্বৰ্গ ফাটি গৈল বুলি সবাৰে তৰাস ॥ ১৯৬১৩
বজ্ৰঘোষ সম শুনি ধনুৰ টঙ্কাৰ।
ভৰে জীৱ উৰি গৈলা কৌৰৱী সেনাৰ ॥
বোলন্ত কংসাৰি কৰি এৰা আন কাম।
প্ৰাণৰ ভাণ্ডাৰ পোৰা বোলা ৰাম ৰাম ॥ ১৯৬১৪

### কুৰুবলত উৎপাত আৰু দ্ৰোণৰ উপদেশ

**ছবি**

যেতিক্ষণে ধনঞ্জয় গাণ্ডীৱ ধনুক লই
উত্তৰে সহিতে খেদি যান্ত।
ভীষ্ম দ্ৰোণ আদি কৰি কৌৰৱৰ সেনা যত
সবে দেখি বিস্ময় ভৈলন্ত ॥
সবাৰে শুখাইল মুখ হাত পাৱ কাম্পে বুক
ঝাঁত ঝাঁত শিহৰয় গাৱ।
সাগৰ সমান সৈন্য কাংস পৰি ঝিম গৈল
বাদ্য ভাণ্ড নাহি ৰাৱ চাৱ ॥ ১৯৬১৫
হেন দেখি গুৰু দ্ৰোণে সবাকে বুলিলা তেৱে
শুনা সবে মহাৰথী লোক।
অদভুত দেখা আজি কান্দে যত গজ বাজী
আউৰে আউৰে চাই কৰৈ শোক ॥
আৱৰ দেখিয়া বৰ অদভুত বিমঙ্গল-
সমুখে বহৱে খৰ বাৱ।
ক্ৰব্যাদক পক্ষীগণে ওপৰত কোলাহলে
হেৰা শুনা শৃগালৰ ৰাৱ ॥ ১৯৬১৬
মেঘৰ গৰ্জ্জন বৰ বৰিষে ৰুধিৰ যত
আকাশত শোণিতৰ বৰ্ণ।
দিবসতে সন্ধ্যা নয় দশোদিশ তমোময়
গগনে উদিত তাৰাগণ ॥
আৱৰ দেখাহা কেনে চৌভিতি সেনাক বেঢ়ি
ভূত প্ৰেত ভৈৰৱ পিশাচে।
মাংসলোভে কিলকিলি কৰাল দশন তৰি
ঊৰ্দ্ধবাহু কৰি সবে নাচে ॥ ১৯৬১৭
উলুকা নিৰ্ঘাত পৰে সঘনে পৃথিৱী লৰে
ধ্বজচয় কাম্পে ঘনে ঘন।
হেন জানি বীৰগণ ঝাণ্টে হোৱা সাৱধান
হেৰ আজি পাইলে ঘোৰ ৰণ ॥
ভাল সৈন্য ৰাজা পাল ৰাখিবাক আৱে দিয়া
ঝাণ্টে পাতা কটকৰ বেহু।
বিষম দুৰ্গম ঘোৰ আসি আছো পৰ ৰাজ্যে
নদী নদ পৰ্ব্বত দুৰূহ ॥ ১৯৬১৮

একেশ্বৰে দেখা হেৰ খেদি আসে যিবা জন
জাজ্জ্বল্য যে অগ্নিৰ সমান।
অনুমানে জানো হেন ধনুৰ টঙ্কাৰ যেন
অৰ্জ্জুনত পৰে নাই আন ॥
আমাৰ সেনাক লাগি হস্তীৰ যূথক প্ৰতি
সিংহে যেন ঘনে ঘনে চান্ত।
তেৰ্হুয় বৎসৰ ঘোৰ বনবাস দুখ পাই
কৌৰৱক কৰিবে উপান্ত ॥ ১৯৬১৯
নিশ্চয় জানিলো এই মৎস্যৰ সহায় হুই
অৰ্জ্জুননে আসন্ত যুদ্ধক।
কৌৰৱ মাজত এবে আগ হুই কোন বীৰে
সমুখে যুজিবে অৰ্জ্জুনক ॥ ১৯৬২০

গুৰু দ্ৰোণক দুৰ্য্যোধন আৰু কৰ্ণৰ উপালম্ভ
আৰু তিৰস্কাৰ

দ্ৰোণৰ বচন শুনি দুৰ্যোধন
বোলৈ অতি গৰ্ব্ব খঙ্গে।
বাৰে বাৰে গুৰু এই ডৰুৱাৱা
তেৱে পলাই কোন ভঙ্গে ॥
অৰ্জ্জুনক আতি স্নেহৰ নিমিত্তে
দেখাহা গুৰু আগত।
অনুমানে জানো আসে যে অৰ্জ্জুন
তুমিসে জানা সমস্ত ॥ ১৯৬২১
শুনা পাত্ৰ লোক অৰ্জ্জুন আসোক
ময়ো সাধো এহি কাম।
পুনৰপি তেৱে বিধি মিলাইবেক
বিনা যুদ্ধে পাইলো ৰাজ ॥
হাসি কুৰু ৰায় কৰ্ণক যে চাই
ভীষ্মক বুলিলা বাণী।
অনেক প্ৰবন্ধে খুজি নাপাও যাক
বিধি মিলাইলেক আনি ॥ ১৯৬২২
অৰ্জ্জুন আসয় গুৰু কন্ত এই
বাঘ যোঙ্গ দেখুৱাই।
চাহিয়ো আটাই তেৰ্হুয় বৎসৰ
গৈল কিবা নউ যায় ॥

থাকন্তে সেৱন্তে ঘোৰাৰ হ্ৰেসনি
সুশুনা কৈত আৰস।
পাণ্ডৱৰ হিত হেতু আকে গুৰু
অৰ্জ্জুনৰ কন্ত যশ ॥ ১৯৬২৩
মেঘৰ গৰ্জ্জন সুশুনা কৈসান
কৈত বায়ু নবহন্ত।
শুনা পিতামহ গুৰু আত কিয়
অৰ্জ্জুনক প্ৰশংসন্ত ॥
সৈন্যৰ উৰ্ঝাৱে শৃগালী পলায়
শগুন কাক উৰায়।
পণ্ডিত লোকৰ আতে লাট পাট
দেখন্ত আত অপায় ॥ ১৯৬২৪
আৰৰ আশেষ বুলিলেক ৰাজা
দ্ৰোণক কৰি বিগুটি।
তিলৰ কুশৰ ডৰুক ব্ৰাহ্মণ
যুদ্ধত নুহি শকতি ॥
আগম পুৰাণ পুছা লাগে মান
পণ্ডিত যুজৰ নুই।
পাচ গুচি গুৰু থাকা যুদ্ধ চাই
কৰ্ণ যুজা আগ হুই ॥ ১৯৬২৫
বিবাহ উৎসৱ যজ্ঞৰ সময়
পণ্ডিতে পাতা সমাজ।
অস্ত্ৰক শিখাইবে শাস্ত্ৰক পঢ়াইবে
পণ্ডিতৰ হেন কাজ ॥
যুজৰ বেলাত সুপুছিবা আন্ত
ডৰুক লোক পণ্ডিত।
গুৰুক বুলিবা ভৱদেৱ মেলি
বিহন্তোক প্ৰায়শ্চিত্ত ॥ ১৯৬২৬
ভাল ভাল সৈন্য বাছি পিতামহ
পাতা তুমি বেহুথান।
পণ্ডিতালি লোক পাচত থাকোক
আগ হুই যুজা কৰ্ণ ॥
ৰাজাৰ ইঙ্গিতে কৰ্ণ মহাৰথী
দ্ৰোণক বোলৈ উকন্দি।

কৌৰৱৰ খাই চৰ্চ্চা পাণ্ডৱক
তুমি ভৈলা মূল দণ্ডি ॥ ১৯৬২৭
অৰ্জ্জুনক বৰ মুনিষ বখানা
বুজা মোৰ পৰাক্ৰম।
আসোক অৰ্জ্জুন ঝাম্পে সহস্ৰেক
মই আছো তাৰ যম ॥
একেশ্বৰে আজি মাৰো অৰ্জ্জুনক
দেখিবে পাত্ৰ সমাজ।
কৌৰৱৰ হৃদি শেল গুচাই তেৱে
অকণ্টকা কৰো ৰাজ ॥ ১৯৬২৮
বাহ্রয় বৎসৰ তপ কৰি আৰ
আসি আছে ধনঞ্জয়।
মোৰ শৰজাকে দান দিবো তাক
হুইবেক লক্ষ অক্ষয় ॥
শৰ বৰিষণে অৰ্জ্জুন অগনি
নুমাই এৰো সমৰত।
ৰাজ্য আশা এৰি চাৰিয়ো পাণ্ডৱে
খাটে আসি কৌৰৱত ॥ ১৯৬২৯
শৰে হানি ধ্বজ বানৰ কেতুক
ভূমিতে পাৰি পেলাওঁ।
পৃথিৱী মণ্ডল আউৰ যেন মই
নুশুনো অৰ্জ্জুন নাউ ॥ ১৯৬৩০

কৰ্ণক কৃপ আৰু অশ্বত্থামাৰ অৰ্চ্চন' আৰু ভীষ্ম
প্ৰভৃতিৰ দ্বাৰা দ্ৰোণক সান্ত্বনা

ছবি

কৰ্ণক সম্বুধি পাচে কৃপে হেন বুলিলন্ত
শুনিয়োক ৰাধাৰ তনয়।
কৌৰৱৰ মাজে তুমি ধূমকেতু পৰিলাহা
সবাহানে মিলাইলা প্ৰলয় ॥
ৰাজাৰ কুনয় যত তুমি সবে কৰাইলাহা
প্ৰজাৰ চিন্তিলা মহাকাল।
একগোটা বৃক্ষক যে কৰৱতে ছিৰি যেন
মাজতে কৰিলা দুই ফাল ॥ ১৯৬৩১

ভাই ভাইৰ মাজে তুমি বঢ়াইলা বিৰোধ ভাৱ
সুহৃদৰ কৰিলাহা ভেদ।
অবিলম্বে পাইবা ফল সবে যাইবা ৰসাতল
সবাৰে হুইবেক কন্ধছেদ ॥
সৰ্ব্বকালে কৰ্ণ এই যুদ্ধকেসে বাঞ্ছা কৰা
সমদলে নাই বুদ্ধি সন্ধি।
অপাৰ সাগৰে তুমি সান্তৰিয়া পাৰ হুইবা
গলত বিপুল শিলা বান্ধি ॥ ১৯৬৩২
একেশ্বৰে অৰ্জ্জুনক যুজিবাহা কৰ্ণ তুমি
অসদৃশ এৰা ফটাই টাই।
জ্বলন্ত অগ্নিক এহো আঞ্চলে বান্ধিবা আজি
সিংহক যুজিবে হস্তী যায় ॥
কাল দেশ পাত্ৰ কাৰ্য্য বলাবল নুবুজাহা
যুদ্ধ লাগি কৰা টম টম।
তুমি হেন একলক্ষ কৰ্ণে সাজি অৰ্জ্জুনক
কোন পদে যুজিবাক সম ॥ ১৯৬৩৩
যৈসানি গন্ধৰ্ব্বে এই কৌৰৱক বান্ধি নেই
প্ৰাণ ৰাখি আসিলি পলাই।
অৰ্জ্জুনেসে একেশ্বৰে গন্ধৰ্ব্বক জিনি ৰণে
আনিলন্ত সবাকো মেলাই ॥
একেশ্বৰে যদুবংশ সবাৰে আগৰ হন্তে
সুভদ্ৰাক হৰিলা খাণ্ডৱে।
সুৰাসুৰ নাগ যক্ষ গন্ধৰ্ব্ব লোকক জিনি
অগনিকো তুষিলা খাণ্ডৱে ॥ ১৯৬৩৪
অনেক যতনে সাজি ইন্দ্ৰে যাত হাৰিলন্ত
নিবাত কৱচ কালকুঞ্জ।
একেশ্বৰে পাৰ্থবীৰে মাৰিলা দানৱবল
দেৱগণে দেখিলা আশ্চৰ্য্য ॥
একেশ্বৰে শঙ্কৰক যুদ্ধ কৰি তুষিলেক
পাশুপাত অস্ত্ৰ দিলা হৰে।
ই তিনি ভুৱনে কোনে অৰ্জ্জুনক যুজিবেক
একে প্ৰভু গোবিন্দত পৰে ॥ ১৯৬৩৫
এহি কথা কৰ্ণ তুমি আনত কহিবা গই
আমি সবে জানো মুনিবাই।

আপুনিসে আপুনাক মুনিষ বখানা ঐত
কাৰ উকৰাইয়া আছা চাই ॥
ভীষ্ম দ্ৰোণ কুৰুৰায় তুমি আমি সমুদায়
আৱৰ সসৈন্যে সবে সাজি।
সবে মিলি অৰ্জ্জুনৰ হাতৰ এৰায়ো যেৱে
তেৱে জানা উপজিলো আজি ॥১৯৬৩৬
কৃপৰ বচন যত সংক্ষেপ যে পয়াৰত
এহিমানে ভৈল অৱসান।
কৰ্ণৰ ভিতিক চাই অশ্বত্থামা বুলিলন্ত
কোপে মুখ অগনি সমান ॥
এহিক্ষণে জানা কৰ্ণ গৰু নতু জিনি লৈয়া
নতু পাৱা হস্তিনাপুৰক।
মৎস্যৰ সীমাৰ নতু অন্তৰ হৰন্ত এৱে
মিছাতে লপন্তে আছা কিক ॥ ১৯৬৩৭
যেতিক্ষণে গৰু জিনি হস্তিনাপুৰক যাহা
ৰাজা সমে বসিয়া সভাত।
তেতিক্ষণে আপুনাৰ বীৰত্ব কৰিবা গৈ
হাত ফুৰাই পাবা যেৱে মাথ ॥
মহন্ত জনৰ কৰ্ম্ম তাকেসে বুলিব সবে
আনে যশ কৰিবে প্ৰখ্যাত।
চৰাচৰ লোক যত সবাকে পৃথিবী বন্ত
তেৱে কথা কহন্ত কাহাত ॥ ১৯৬৩৮
প্ৰত্যক্ষে আদিত্য দেৱ জগতে কৰিয়া সেৱ
চৰাচৰ কৰন্ত প্ৰসন্ন।
তেহে কথা কন্ত কাত তথাপিতো মৌনে যান্ত
তাকে বুলি বৰৰ লক্ষণ ॥
জগত দহন্ত বহ্নি কহিতে আছাহা শুনি
আপুনাক কৰন্ত বখান।
তুমি কৰ্ণ আপুনাক মহমহ দেখুৱাবা
ছাগলৰ কাটি আছা কাণ ॥ ১৯৬৩৯
কহিব শকুনি শুনা গান্ধাৰ ৰাজাৰ পুত্ৰ
দুৰ্য্যোধন ৰাজাৰ মাতুল।
তুমিসে প্ৰধান যত কন্দলৰ মহাপাত্ৰ
কূটনাট অনৰ্থৰ মূল ॥

তুমি আউৰ দুঃশাসন নৃপতি সহিতে কৰ্ণ
অৰ্জ্জুনক যুজা চাৰি হন্তে।
ভালক বোলন্তে কিয় বসতি লৰয় এৱে
দোষ হোৱে দ্ৰোণৰ কহন্তে ॥ ১৯৬৪০
কুৰুবংশ পৃথিবীত ফলে পুষ্পে সুমণ্ডিত
সাক্ষাতে আনন্দ বনখণ্ড।
তাহাৰ মাজত বৃক্ষ দুৰ্য্যোধন ৰাজা মুখ্য
অৱতাৰ উদণ্ড প্ৰচণ্ড ॥
বৃক্ষৰ কোটৰ অগ্নি শকুনি ভৈলেক শনি
কৰ্ণ ভৈল সহায় বতাস।
কালানল জ্বলে এবে সবন্ধু-বান্ধৱ সবে
কৌৰৱৰ মিলিল বিনাশ ॥১৯৬৪১
শকুনিৰ কূট পাশে ৰাজাৰ হৰিষ বৰ
এৰিলাহা নীতি ব্যৱহাৰ।
কোন যুদ্ধে পাণ্ডৱৰ ইন্দ্ৰপ্ৰস্থ কাঢ়ি লৈলা
বনবাসে কৰাইলা নিকাৰ ॥
কোন যুদ্ধ কৰি তুমি অৰ্জ্জুনক জিনিলাহা
কোন যুদ্ধে জিনিলা ভীমক।
সহদেৱ নকুলক কোন যুদ্ধে জিনিলাহা
ৰত্ন ভূমি সকল ধনক ॥ ১৯৬৪২
ক্ষত্ৰিয়ৰ নয় তুমি কোন যুদ্ধে জিনিলাহা
যুধিষ্ঠিৰ ধৰ্ম্ম নৃপতিক।
ৰজস্বলা সময়ত এক বস্ত্ৰে সভা লাগ
চুলে ধৰি নিলি দ্ৰৌপদীক ॥
মিছা পাশে পাণ্ডৱক বনবাসে খেদিলাহা
ৰাজ্যধন কাঢ়ি লৈলা বঞ্চি।
ক্ৰোধত অৰ্জ্জুন যম জ্বলন্ত অগ্নিৰ সম
আজি আসি কৰিব নিসঞ্চি ॥ ১৯৬৪৩
তুমি সবে যুজা আজি সুযুজিবো পিতাপুত্ৰ
আৰ কৃপ আমাৰ মমাই।
তিলৰ কুশৰ আমি তিনজন বিপ্ৰে এৱে
পাচগুচি থাকো যুদ্ধ চাই ॥
অৰ্জ্জুনৰ গাণ্ডীৱৰ কৃত্যপাশ শৰজালে
দশোদ্দিশ কৰিব বিধ্বংস।

অস্থি মজ্জা ভেদিবেক হৃদয়ত শৰ হানি
পিণ্ডকো নথৈবে কাৰো সঞ্চ ॥ ১৯৬৪৪
দেখিয়োক ভীষ্ম কেন আমাৰ যে অপৰাধ
উচিত বচন সবে সেই।
শত্ৰুৰ যে গুণ যত কহন্বয় প্ৰস্তাৱত
গুৰুৰো যে দোষ ভৈলে কয় ॥
পুত্ৰক শিষ্যক দুইক তুল্যভাৱে প্ৰবৰ্ত্তিব
সমুচিত হেনসে যুৱাই।
এতেকে আমৰা ভৈলো পাণ্ডৱৰ হিত পক্ষ
তোমাঠৈৰ কিছো দোষ নাই ॥ ১৯৬৪৫
গঙ্গায়ো বোলন্ত শুনা গুৰুপুত্ৰ অশ্বত্থামা
নৃপতিৰ এৰা সবে দোষ।
ক্ষমিয়োক গুৰুদ্ৰোণ তোমাত আমাত বিনা
সিনো কাত কৰিবেক ৰোষ ॥
কৰ্ণে যত বুলিলন্ত পৌৰুষ বচন সত্য
ক্ষত্ৰিয়ৰ হেন ব্যৱহাৰ।
সমৰত কটকত উছাহ বঢ়াবে কেহো
তেজ বৃদ্ধি কৰাই ৰাজাৰ ॥ ১৯৬৪৬
কৃপৰ বচন যত সবে সত্য স্বৰূপত
শাস্ত্ৰত বিহিত যেন বেদ।
আপুনাৰ মাজে যেৱে ভিন্ন ভাৱ এৰা সবে
অন্যো অন্যে নকৰিবা ভেদ ॥
ক্ষমিয়ো আচাৰ্য্য এৱে কৃপগুৰু দ্বিজবৰ
গুৰুপুত্ৰ নুহি ইটো ভাল।
সবে মিলি দ্ৰোণক যে উপশান্ত কৰায়োক
অৰ্জ্জুন আসয় যমকাল ॥ ১৯৬৪৭
হেন শুনি দুৰ্য্যোধন কৰ্ণ আৰ দুঃশাসন
সবে হস্তে কৰিয়া প্ৰণাম।
অনেক কাকুতি স্তুতি কৰযোৰ বুলি তেৱে
দ্ৰোণক কৰাইলা উপশাম ॥
ভীষ্মৰ বচনে মই প্ৰথমতে ক্ষেমিলোহো
হাসি হাসি বুলিলা আচাৰ্য্য।
আমাক বুলিবে আউৰ বিস্তৰ নলাগৈ হেন
চিন্তিয়োক আন সব কাৰ্য্য ॥ ১৯৬৪৮
শুনিয়োক ভীষ্ম কৰ্ণ আমাৰ সম্মত হেন
সবে হস্তে দেখা যেৱে ভাল।
কৰিয়োক বুদ্ধি সন্ধি শত্ৰুক যিমতে পাৰি
অৰ্জ্জুন আসয় যেনকাল ॥
অৰ্দ্ধেক যে কটকৰ বেহুখান পাতিয়োক
ভাল ভাল ৰথ গজ বাজী।
তুমি আমি কৰ্ণ কৃপ সবে মিলি একে চিপ
অৰ্জ্জুনক যুজিবোহো আজি ॥ ১৯৬৪৯
শুনিয়োক গঙ্গাসুত তুমি বৃদ্ধ বহু শ্ৰুত
পণ্ডিত অগ্ৰত গণি যাক।
তেত্ৰয় বৎসৰ গৈল নউ যাই পাণ্ডৱৰ
ভীষ্ম তুমি কহিয়োক আক ॥
নমো নমো নাৰায়ণ শুনিয়োক সৰ্ব্বজন
ভাৰত কাহিনী মনোনীত।
হৰিৰ চৰণ সেৱি কায়স্থ কংসাৰি কবি
পদবন্ধে কৰিলা বিচিত্ৰ ॥ ১৯৬৫০
ভাৰতক শ্ৰৱণৰ কতেক বৰ্ণাইবো ফল
শুনি নৰে পুণ্যক সাঞ্চিব।
কলিৰ কল্মষ ভেদ ভৱবন্ধ পৰিচ্ছেদ
যমপুৰ হেলায়ে বঞ্চিব ॥
যাৱে জীৱা ইহলোক নলজ্জিব দুঃখ শোক
মৰি যাইব বিষ্ণুৰ ভৱনে।
কায়বাক্যমন কৰি কৃষ্ণক হৃদয়ে ধৰি
মুখে নাম লৈয়োক সঘনে ॥ ১৯৬৫১

---

### ভীষ্মৰ কালচক্ৰ গণনা, পক্ষ সহ দুৰ্য্যোধনৰ পলায়ন আৰু কুৰুবীৰগণৰ সৈতে অৰ্জ্জুনৰ যুদ্ধ

#### পদ

বৈশম্পায়ন বদতি শুনিয়ো নৰনাথ।
ভীষ্মে কালচক্ৰ গণি কহিলা ৰাজাত ॥
ক্ষণলগ্ন মুহূৰ্ত্ত প্ৰহৰ অহোৰাত।
মাস পক্ষ ঋতু জুৰি বৰিষ লেখাত ॥ ১৯৬৫২
বৰিষেক ভৈগেলে দ্বাদশ দিন বাঢ়ে।
বাত্ৰয় বৎসৰ গৈলে অধিমাস পাৰে ॥

পাঞ্চ পাঞ্চ বৰিষত বাঢ়ে দুই মাস।
হেন জানি পাণ্ডুৰৰ ভৈলেক উদাস ॥ ১৯৬৫৩
তেত্ৰয় বৎসৰ কিছো সমাধিক গৈল।
সি কাৰণে ধনঞ্জয় সাজি আসি ভৈল ॥
পাণ্ডুৰৰ শ্ৰী আসি মিলিল উদয়।
পুনৰপি সম্পদ মিলিল জয় জয় ॥ ১৯৬৫৪
যুধিষ্ঠিৰ ৰাজা যাৱে থাকন্ত কুশলে।
কদাচিতো সত্যক নেৰিব একোকালে ॥
মহা দাতাৰন্ত ৰাজা মহা বুদ্ধিমন্ত।
গুণে গুণৱন্ত সন্ত শ্ৰীমন্ত মহন্ত ॥ ১৯৬৫৫
লজ্জাৱন্ত ক্ষমাৱন্ত অধৰ্ম্ম নাশন্ত।
ধৰ্ম্ম আচৰন্ত সন্তজনক পালন্ত ॥
শত্ৰু মিত্ৰ উদাসীন সবে প্ৰবৰ্ত্তন্ত।
নেৰিবন্ত সত্য যাৱে পৰাণে জীৱন্ত ॥ ১৯৬৫৬
যিবা ভীম অৰ্জ্জুন নকুল সহদেৱ।
প্ৰাণ পৰন্তেও সত্য নেৰিবন্ত কেৱ ॥
পৰম বৈষ্ণৱ পাণ্ডুৰৰ পাঞ্চ ভাই।
চলে বলে পাৰিলেও নকৰে অন্যায় ॥ ১৯৬৫৭
কদাচিতো নুহিবেক আচাৰত বাজ।
সময় পাইলে নেৰিবন্ত আপুনাৰ ৰাজ ॥
আমি যত জানিলোহো কহিলোহো সৱে।
আপুনি নৃপতি যেন যুৱাই কৰা আৱে ॥১৯৬৫৮
ভীষ্মক সম্মুখি ৰাজা বোলৈ সমাজত।
ইকথা বোলাহা মোৰ নপশৈ কাণত ॥
কদাচিতো পাণ্ডৱক নেদিবোহো ৰাজ্য।
যুদ্ধক প্ৰবন্ধ কৰা পাত্ৰ যে সমাজ ॥ ১৯৬৫৯
আমাক পাণ্ডৱে আৰ নেদেখিবে ভাল।
আখিৰ যে কুটা দশনৰ যেন শাল ॥
নিদাৰুণ ৰোগে যেন পীড়য় গৰ্ভত।
পাণ্ডৱক লাগি মোৰ নাই মন সুস্থ ॥ ১৯৬৬০
আজিয়ে গুচিবো নহি সুগুচয় দন্দ।
হেন জানি কৰা সবে যুদ্ধক প্ৰবন্ধ ॥
বিশেষত অৰ্জ্জুন আসয় একেশ্বৰে।
আমি সাজি আসিয়াছো সৱে চপকৰে ॥১৯৬৬১
আমি আজি অৰ্জ্জুনক পেশো যমপুৰ।
পাণ্ডৱৰ ৰাজ্যভোগ আশা হোক দুৰ ॥
ঝাণ্ট কৰি কটকৰ পাতা বেহুখান।
আগ হুই অৰ্জ্জুনক যুজন্তোক কৰ্ণ ॥ ১৯৬৬২
আমাৰ আদেশ হেন জনাবা লোকত।
বেহু এৰি যিবা জন পলাই সমৰত ॥
সত্যে সত্যে আন শাস্তি নকৰিবো তাক।
এক হাত পাৱ কাণ কাটিবোহো নাক ॥ ১৯৬৬৩
ভীষ্মে আনিলন্ত তাৰ যুদ্ধকেসে মন।
সম্মুখি বোলন্ত শুন ৰাজা দুৰ্য্যোধন ॥
আমি হিত বোলো গুৰু দ্ৰোণৰ সম্মত।
অৰ্দ্ধেক কটক লউ তোহোৰ লগত ॥ ১৯৬৬৪
অৰ্দ্ধেক কটক লই আমি গুৰু দ্ৰোণ।
কৰ্ণ কৃপ অশ্বত্থামা সবে বীৰগণ ॥
আমি সবে বেহু পাতি যুজো অৰ্জ্জুনক।
আগ হুই গৰু লৈয়া চল নগৰক ॥ ১৯৬৬৫
অৰ্জ্জুনে পাইলে কোনে মেলাইবেক গাঠি।
লাভক চাহন্তে যোনো মুল হোৱে নাঠি ॥
ভীষ্মৰ বচন হিত শুনি দুৰ্য্যোধন।
বৈদ্যৰ ঔষধ ৰুগীয়াৰো সেহি মন ॥ ১৯৬৬৬
অৰ্দ্ধেক কটক ভীষ্মে দ্ৰোণে সমে থই।
চলি গৈল নৃপতি পালৰ গৰু লই ॥
দুঃশাসন সহিতে সোদৰ ঊনশত।
আগে পাচে বেঢ়ি চলে ৰাজাৰ আগত ॥১৯৬৬৭
বৈশম্পায়নে বোলে শুনিয়োক জন্মেজয়।
ভীষ্মে পাল দিয়া তেৱে ৰাজাক পঠাই ॥
যুদ্ধক প্ৰবন্ধে পাতিলেক বেহুখান।
বেহুৰ মুখত কৰ্ণ আৰ বীৰগণ ॥ ১৯৬৬৮
গুৰুপুত্ৰ অশ্বত্থামা বেহুৰ পিচত।
কৃপক যে থৈলন্ত বেহুৰ ডাহিনত ॥
আনো সব বীৰগণ থৈল ভাগে ভাগে।
সহস্ৰ সংখ্যাত ৰথ থৈলা তাৰ আগে ॥ ১৯৬৬৯
মহা ৰথবৃন্দ সমে কৰে ধনু ধৰি।
আপুনি থাকিলা ভীষ্মে সেনা ৰক্ষা কৰি ॥

বায়ুবেগে ৰথে খেদি গৈল ধনঞ্জয় ।
শঙ্খনাদ কৰিলন্ত সবে ভৈলা ভয় ॥ ১৯৬৭০
প্ৰথমে অৰ্জ্জুনে গই হানি দুই বাণে ।
প্ৰণাম কৰিলা গুৰু দ্ৰোণৰ চৰণে ॥
পুনৰপি অৰ্জ্জুনে হানিলা শৰ দুই ।
দ্ৰোণত সঙ্কেতে কই গৈল কৰ্ণ ছুই ॥ ১৯৬৭১
প্ৰথমে গাণ্ডীৱ ধনু কৰিয়া টঙ্কাৰ ।
শৱদে পূৰিলা সিটো স্বৰ্গৰ দুৱাৰ ॥
কম্পিল পৃথিৱী মেৰু গিৰি হিমৱন্ত ।
হেন দেখি গুৰু দ্ৰোণে সবাকে বোলন্ত ॥১৯৬৭২
সাম্প্ৰতেকে দেখা হেৰা আসন্ত অৰ্জ্জুন ।
ৰথৰ কিঙ্কিণী হেৰা বাজে ৰুণঝুন ॥
বানৰৰ ধ্বজগোট আতি ঘোৰ ৰাই ।
বৰ কৰি নাদি আসে আমাকেসে চাই ॥ ১৯৬৭৩
ধনুৰ টঙ্কাৰে ভূমি কাম্পে ঘনে ঘন ।
দেখা বীৰগণে অৰ্জ্জুনৰ ৰথখান ॥
হেৰ দেখ দুই শৰ সুৱৰ্ণৰ কাম ।
মোহোৰ পাৱত পৰি কৰিলা প্ৰণাম ॥ ১৯৬৭৪
আৰ দুই শৰ কৰ্ণ ছুয়া গৈল বই ।
অৰ্জ্জুনে পঠাইলে সঙ্কেততে বাৰ্ত্তা কই ॥
চিৰকাল দুঃখ পাই জনাইল আমাত ।
আজি কৌৰৱক সবে কৰিবো নিপাত ॥ ১৯৬৭৫
এতেকে অৰ্জ্জুনে গই চাপিলা সন্নিত ।
সহস্ৰ কিৰণে যেন সূৰ্য্যৰ উদিত ॥
উত্তৰক বুলিলন্ত ৰাখ ৰথখান ।
কৈত আছে চাওঁ দুষ্ট ৰাজা দুৰ্য্যোধন ॥ ১৯৬৭৬
প্ৰথমতে তাক মই কৰো পৰাভৱ । -
এতেকে আপুনি সবে পলাইব কৌৰৱ ॥
উত্তৰে ৰাখিলা তেৱে ৰথৰ ঘোৰাক ।
অৰ্জ্জুনে নিহালি চান্ত প্ৰবন্ধে ৰাজাক ॥ ১৯৬৭৭
ভীষ্ম দ্ৰোণ কৰ্ণ দ্ৰৌণী কৃপকো দেখিলা ।
আনো মহাবীৰগণ সবাকো লক্ষিলা ॥
আগে পাচে নিহালি চাইল ঠাই ঠাই ।
ভ্ৰাতৃগণ সমে ৰাজা দুৰ্য্যোধন নাই ॥ ১৯৬৭৮
অৰ্জ্জুনে বোলন্ত পাইলো কাৰ্য্যৰ যে মজ্জা ।
সবে আছে নাই দেখো দুৰ্য্যোধন ৰাজা ॥
ভীষ্ম দ্ৰোণ সমে এৱত কটকক থই ।
জানিলোহে পাপিষ্ঠ পলায় গৰু লই ॥ ১৯৬৭৯
তাক লাগি খেদি যাওঁ ঝাণ্টে ডাক ৰথ ।
কৈক যাইবে দুৰাচাৰ মোহোৰ আগত ॥
এসম্বাক যুজন্তে বিলম্ব কিছো আছে ।
এহিক্ষণে গৰু আনি যুজো আমি পাচে ॥১৯৬৮০
পৱনসঞ্চাৰে ৰথ উত্তৰে ডাকিল ।
নিমিষেকো নলাগিল খেদি লাগ পাইল ॥
কৌতুকে অৰ্জ্জুনে কৰিলন্ত শঙ্খনাদ ।
প্ৰলয়কালত যেন মেঘৰ সম্বাদ ॥ ১৯৬৮১
ধনুৰ টঙ্কাৰে মহীপৰ্ব্বত লৰিল ।
ডৰে কুৰুসেনা মূত্ৰ পুৰীষ এৰিল ॥
বানৰৰ ধ্বজগোট তেজিলে আটাস ।
শৱদে পূৰিল দিশ পৃথিৱী আকাশ ॥ ১৯৬৮২
সাগৰৰ ঢৌ যেন খলকিল বাৱে ।
উলটি কৌৰৱী সেনা দশোদিশে ধাৱে ॥
এৰিল পালৰ গৰু ভৈল উসমিস ।
তম্বুল আন্দোল বোল লাগি দশোদিশ ॥ ১৯৬৮৩
ঢাক ঢোল শঙ্খ ভেৰী ৰোল কোলাহল ।
যত গৰু আছে মৎস্যনৃপতিৰ পাল ॥
থিয়লাঞ্জে হাম্বাৰাৱে কৰি উৰ্দ্ধদৃষ্টি ।
একেবাৰে সবে গৰু পলাইল উলটি ॥ ১৯৬৮৪
পাচে ৰঙ্গে ধনঞ্জয়ে কৌৰৱী সেনাক ।
অৰ্দ্ধচন্দ্ৰ বিপাট হানন্ত শৰজাক ॥
খৰক্ষুৰ ত্ৰিকণ্টক ভল্ল বৎসদন্ত ।
সহস্ৰ সংখ্যাত লক্ষ অযুত মাৰন্ত ॥ ১৯৬৮৫
যেনে কালমেঘে বৃষ্টি কৰে ধাৰাসাৰ ।
শৰময় দশোদিশ ভৈল অন্ধকাৰ ॥
উৰু শিৰ গ্ৰাৱ নাশা ললাট ফুটিল ।
কাৰো জঙ্ঘাযুগ মধ্য দেহতে কাটিল ॥ ১৯৬৮৬
কাৰো এক হাত-পাৱ জানু দুই ছিৰি ।
মৰ্ম্মস্থানে ফুটি কতো থাকি গৈল পৰি ॥

কেহো জৰ্জ্জৰিত ভাৱে ফুটি সবে অঙ্গে।
ৰণ এৰি কুৰুসেনা পলাইল বিভঙ্গে ॥ ১৯৬৮৭
গুৰুদ্ৰোণে বোলে ওবা মিলিল অকাজ।
নিশ্চিন্ত আছাহা কিয় পাত্ৰ যে সমাজ ॥
অৰ্জ্জুন সাগৰে তল যাই কুৰুৰায়।
আমি সবে ঐত কাৰ উদ্ধাৰিবো চাই ॥ ১৯৬৮৮
এহি বুলি সবে হস্তে আসি আথেবেথে।
অৰ্জ্জুনক খেদি গৈলা মহাৰথীযূথে ॥
সৈন্যৰ আন্দোলে যেন যাই ভূমি তল।
ধৰ ধৰ মাৰ মাৰ ৰিঙ্গ কোলাহল ॥ ১৯৬৮৯
হেন দেখি উত্তৰক বুলিলা অৰ্জ্জুনে।
দেখা মোক খেদি আসে মহাৰথীগণে ॥
সবাৰে আগতে মুখ ধনুৰ্দ্ধৰ কৰ্ণ।
তাক লাগি বায়ুবেগে বায়ো ৰথখান ॥ ১৯৬৯০
এহি শুনি ৰথখান ডাকিলে উত্তৰে।
ৰথবৃন্দ মাজত পশিলা একেশ্বৰে ॥
হৰিণযূথক যেন সিংহ গৈল খেদি।
যেন কালপৰ্ব্বতক চক্ৰে থৈলা ভেদি ॥ ১৯৬৯১
দেখি কৌৰৱৰ হৃদি কম্পিবে লাগিল।
পদাতি কটক মানে গিৰিসাই ভাগিল ॥
হেন দেখি চাৰি বীৰে ধনু ধৰি হাতে।
আগবাঢ়ি অৰ্জ্জুনক ধাইলা মহাক্ৰুতে ॥১৯৬৯২
চিত্ৰসেন বিকৰ্ণ যে শত্ৰুজিত জয়।
এহি চাৰি অৰ্জ্জুনক শৰ বৰিষয় ॥
দুৰ্জ্জয় অৰ্জ্জুন মহাবীৰ লঘুহস্ত।
কুৰি শৰে চাৰিৰো কাটিলা চাৰি ৰথ ॥ ১৯৬৯৩
চোট পাই হোসকিল চিত্ৰসেন জয়।
মহাভয়ে পলাই গৈল প্ৰাণৰ সংশয় ॥
আন ৰথে বিকৰ্ণ যুজক ভৈলা সাজ।
শৰে হানি অৰ্জ্জুনে কাটিলে ধনুধ্বজ ॥ ১৯৬৯৪
আউৰ শৰে ৰথহন্তে পৰিল উফৰি।
ভূমিপাৰে প্ৰাণ ৰাখি পলাইল লৰৰি ॥
হেন দেখি শত্ৰুজিত বীৰ গৈলা ধাই।
প্ৰচণ্ড অগ্নিত জ্বাস পতঙ্গ পৰায় ॥ ১৯৬৯৫
মহাকোপে অৰ্জ্জুনক দিলে শৰঝাক।
পথতে অৰ্জ্জুনে বাণে কাটিলন্ত তাক ॥
চাৰি শৰে তাহান কাটিলা ৰথখান।
দশ শৰে সাৰথিক নিলা যমথান ॥ ১৯৬৯৬
আউৰ শৰ হানি তাৰ কাটিলন্ত শিৰ।
বজ্ৰে শৃঙ্গ ভাঙ্গি যেন পেলাইলা গিৰিৰ ॥
সুবৰ্ণৰ অলঙ্কাৰে সুমণ্ডিত কায়।
পৃথিবীত পৰি দেহা অধিকে শুৱাই ॥ ১৯৬৯৭
শত্ৰুজিত হত দেখি কৰ্ণ মহাবীৰ।
ভ্ৰাতৃশোকে মহাকোপে নসহে শৰীৰ ॥
প্ৰমত্ত সিংহক যেন ধাইলেক মাতঙ্গে।
ধনু ধৰি অৰ্জ্জুনক ধাইলা বৰ ৰঙ্গে ॥ ১৯৬৯৮
দশ শৰে অৰ্জ্জুনক ভেদি বৰ টানে।
উত্তৰৰো হাতত ভেদিল দুই বাণে ॥
চাৰি শৰে ৰথৰ ভেদিলা চাৰি হয়।
হেন দেখি কোপে জ্বলি গৈলা ধনঞ্জয় ॥ ১৯৬৯৯
বাসুকী সদৃশ শৰ শতেক নৰাচে।
কৰ্ণকো অৰ্জ্জুনে শৰ ভেদিলন্ত পাচে ॥
দুইকো দুয়ো আগবাঢ়ি কোপে গৈলা ধাই।
অন্তৰি কৌৰৱী সেনা যুদ্ধ আছে চাই ॥ ১৯৭০০
দুয়ো বীৰ তৰুণ দাৰুণ পৰাক্ৰম।
দেৱবীৰ্য্য কলেৱৰ দুইকো দুই সম ॥
ত্ৰিভুৱনে চমৎকাৰ অৰ্জ্জুন মুনিষ।
পৃথিৱীমণ্ডলে নাই কৰ্ণৰ সদৃশ ॥ ১৯৭০১
দুয়ো মহাধনুৰ্দ্ধৰ সমৰে নিপুণ।
ৰবিসুত কৰ্ণ ইন্দ্ৰতনয় অৰ্জ্জুন ॥
মহাবল মহাকায় মহাবুদ্ধিমন্ত।
দুইকো দুই অসংখ্যাত শৰ বৰিষন্ত ॥ ১৯৭০২
যেনে যুদ্ধ ভৈল পূৰ্ব্বে বলি বাসৱৰ।
সেহিমতে মহাযুদ্ধ কৰ্ণ অৰ্জ্জুনৰ ॥
দুইৰো শৰে অন্ধকাৰ ছানিল আকাশ।
নাকলিয় দিশ নাই ৰবিৰ প্ৰকাশ ॥ ১৯৭০৩
শ্ৰাৱণ মাসত যেন বৰিষন্ত দেৱ।
মাৰন্তে জোৰন্তে শৰ নাকলিয় কেৱ ॥

সুৱৰ্ণ পুঙ্খিয়া শৰ মাৰন্ত আথাক।
অগনিকণিকা সম দেখি জাকে জাক ॥ ১৯৭০৪
শৰে শৰ হানি দুয়ো কৰন্ত সংহাৰ।
তেখনে প্রসন্ন হোৱৈ গুচে অন্ধকাৰ ॥
দুইৰো ৰথ এক ঠাই যেন চন্দ্র সূৰ্য্য।
নানাৰত্নে কান্তি কৰৈ কণকৰ পুঞ্জ ॥ ১৯৭০৫
পাচে বীৰ ধনঞ্জয় দাৰুণ সমৰে।
কর্ণক ভেদিল হানি তিনিশত শৰে ॥
ৰথ ধ্বজ সাৰথিক আৰ এক শত।
আঙ্গুলেকো সন্ধি নাই কৰ্ণৰ গাৱত ॥ ১৯৭০৬
ফুলিল অশোক যেন আৰকত বৰ্ণ।
মহাকোপে অগ্নি সম জ্বলি গৈল কৰ্ণ ॥
নির্ঘাত শবদ কৰি ধনুৰ টঙ্কাৰ।
মেঘৰ গৰ্জ্জন যেন গৰ্জ্জিল আপাৰ ॥ ১৯৭০৭
অৰ্জ্জুনকো ভেদিল প্রচণ্ড শত বাণে।
উত্তৰকো সাত শৰ হৃদযত টানে ॥
বানৰধ্বজক কোপে তিনি শৰে শালি।
দশ শৰে ঈশাদণ্ড ৰথৰ যুৱালি ॥ ১৯৭০৮
কুৰিপাট শৰে ভেদি ৰথৰ ঘোৰাক।
সিংহনাদ কৰি কোপে বোলে থাক থাক ॥
দেখি কুৰুসেনাৰ হৰিষ ভৈল বৰ।
ছত্রচি গাউল নচুৱাৱৈ তুলি দড় ॥ ১৯৭০৯
ঢাক ঢোল মৃদঙ্গ শৱদ কৰে কেৰ।
জয় কর্ণ বুলি ৰঙ্গে নাচে চেৰে চেৰ ॥
ভীষ্ম গুৰু দ্রোণ কৃপ যতেক আছিল।
সাধু সাধু কৰ্ণ বুলি সবে প্রশংসিল ॥ ১৯৭১০
পুনৰপি ৰথখান ফুৰাই চক্রাকাৰে।
অৰ্জ্জুনৰ হিয়াত ভেদিলা সাত শৰে ॥
প্রমত্ত সিংহক যেন খোঙ্কাইলেক হাতী।
কাৰ্শলা সর্পক যেন পাৱে দিলা লাথি ॥ ১৯৭১১
ঘৃত পাই অগ্নি সম জ্বলিলা অৰ্জ্জুন।
আকর্ণ পুৰিয়া কোপে টানি ধনুগু্ৰ্ণ ॥
যমদণ্ড সম ঘোৰ এক শত বাণে।
বৰ টানে ভেদিলা কৰ্ণৰ মৰ্ম্মথানে ॥ ১৯৭১২

দুই বাহু কপাল উদৰ শিৰ গ্রাৱে।
নাকে মুখে দুয়োকোখে পেট পিঠি হিয়ে ॥
কাটন ফুটন শৰগোটে ফুটি কর্ণ।
ঢলোপৰো কৰে দেহা হৰিল চেতন ॥ ১৯৭১৩
সকল শৰীৰ ঢাকি বহৱৈ শোণিত।
সহস্রজালীয়া ঘট সম জৰ্জ্জৰিত ॥
মূর্চ্ছা গৈলা ক্ষণিকতে দেখৈ যমপথ।
সাৰথিক বোলে ঝাণ্টে পালটায়ো ৰথ ॥ ১৯৭১৪
ইঙ্গিত জানিয়া কাৰ্য্য সাৰথি সুজান।
বায়ুবেগে পলুৱাই নিল ৰথখান ॥
প্রমত্ত হস্তীক যেন ভঙ্গাইলে মাতঙ্গ।
কৰ্ণ পলাইল ভয়ে ভৈল ৰণভঙ্গ ॥ ১৯৭১৫
অৰ্জ্জুনে মাৰন্ত ৰঙ্গে হস্তী ঘোৰা ৰথ।
অসংখ্যাত সেনা যেৰে গৈলা যমপথ ॥
পলাইল কুৰুবল কেৰে নচাৱয় পাচ।
কুম্ভীৰক ডৰে যেন পলাই সবে মাছ ॥ ১৯৭১৬
অৰ্জ্জুনক বোলে মৎস্যৰাজাৰ কুমাৰ।
আউৰ কৈক ৰথখান ডকাইবো তোমাৰ ॥
পালটাইলা গৰু ভঙ্গ ভৈল কৌৰৱৰ।
আউৰ কাক তুমি এৱে কৰিবা সমৰ ॥ ১৯৭১৭

---

অৰ্জ্জুনৰ দ্বাৰা কুৰুবীৰগণক উত্তৰৰ পৰিচয়

পদ

অৰ্জ্জুনে বোলন্ত দেখা কালমেঘ সম বৰ্ণ
নীল যে পতাকা হালে যাৰ।
সুৱৰ্ণৰ বৃষভত ধ্বজগোট বিপৰীত
সূৰ্য্য যেন জ্বলে চমৎকাৰ ॥
কৃষ্ণ হয় ৰথে সমে আগত দেখাহা যাক
এহেন্তে দুৰ্জ্জয় বীৰ কৃপ।
ইহাক সমুখে তই ৰথখান ডাক মোৰ
এহে সমে যুজো এক চিপ ॥ ১৯৭১৮
ৰক্ত উতপল সম চাৰি ঘোঁৰে ৰথখান
কমণ্ডলু ধ্বজগোট আগে।

দিব্য অস্ত্র শস্ত্র যত সমস্ততে পাৰগত
যাক সম নাই ভূমিভাগে।
শক্রচাপ সম ধনু বাম কৰে ধৰি আছা।
ডাহিনত শৰে ভৰি তূণ ॥
পণ্ডিত ভার্গৱ বুধ বৃহস্পতি সম নয়
এহেন্তে আমাৰ গুৰু দ্রোণ ॥ ১৯৭১৯
ইহাক সমুখে তই ৰথখান নডাকিবি
প্রতি প্রতি কৰি বোলো তোক।
একোকালে গুৰুক যে খেদি মই নুযুজিবো
যাৰে গুৰু নোজোকান্ত মোক ॥
সুৱৰ্ণ ৰচিত চিত্র ৰথৰ উপৰে দেখা
শ্বেত যে চামৰে ঢোলৈ যাক।
পূর্ণিমাৰ চন্দ্র সম ছত্রেক ধৰিয়া তুলি
ঘনে ঘনে চাৱয় আমাক ॥ ১৯৭২০
মহাৰথীগণে যাক আগে পাচে বেঢ়ি আছে
হস্তীযূথ আগে পটোৱাৰি।
হেমদণ্ড সহস্রেক চামৰ সহিতে দেখা
আগতে যোগাৱৈ শাৰী শাৰী ॥
সুৱৰ্ণে মাণিকে কাম নাগধ্বজগোট জ্বলে
সূর্য্য সম চাহন নযায়।
ধৃতৰাষ্ট্র নৃপতিৰ তনয় কুনয় জ্যেষ্ঠ
এহি দুষ্ট দুর্য্যোধন ৰায় ॥ ১৯৭২১
দ্রোণৰ পাচত আৰ সুন্দৰ শৰীৰ যাৰ
কলীয়া বসন পৰিধান।
ধ্বজ আগে সুৱৰ্ণৰ ধনুখান জ্বলে দেখা
অৰ্দ্ধচন্দ্ৰবিম্বৰ সমান ॥
মহাবীৰ পৰাক্রম ধনুৰ্দ্ধৰ যম সম
ব্রহ্মা বিষ্ণু শঙ্কৰত নমা।
আমাৰো পৰম স্নেহ দুইৰো যেন এক দেহ
গুৰুপুত্র এহে অশ্বত্থামা ॥ ১৯৭২২
সুৱৰ্ণৰ বর্ণ সম পীত যে বসন যাৰ
ৰথৰ পাণ্ডুৰ চাৰি ঘোঁৰা।
নাগকক্ষা ধ্বজগোট মুদ্ধক আক্রান্ত কৰৈ
পতাকাত লাগিল আজোৰ ॥
বাৰিষাৰ মেঘ সম গর্জন কৰন্তে আছে
ধনুৰ টঙ্কাৰ ঘনে ঘন।
দুর্য্যোধন নৃপতিৰ আতেসে সকলো গর্ব
আমাৰ বিপক্ষ এহি কর্ণ ॥ ১৯৭২৩
শ্বেত যে পতাকা যাৰ সুৱৰ্ণৰ পঞ্চ ভাৰ
ধ্বজগোট জ্বলৈ যেন সূর্য্য।
সুৱৰ্ণ কিৰীটি খান মাথাৰ উপৰে জ্বলৈ
চিত্ৰকৰে লগাইলা বৈদুর্য্য ॥
মহাৰথা সমূহৰ মাজত দেখাহা যাক
শক্রচাপ সম ধনু হাতে।
সুৱৰ্ণে মাণিকে কাম জ্বলে আতি ৰথখানি
ধৱল ছত্রেক যাৰ মাথে ॥ ১৯৭২৪
ৰাজশ্ৰী সম্পদত নৃপতিৰ অনুগত
ইহাতেসে সমস্তৰে গহ।
কৌৰৱৰ শত ভাই আমাৰো পৰম মান্য
এহেন্তেসে ভীষ্ম পিতামহ ॥
আন যত বীৰগণ আসি আছে কৌৰৱৰ
কোনে মোক যুজিবেক আটে।
আছন্তোক ভীষ্ম দ্রোণ কৃপক সম্মুখে মোৰ
ৰথখান ডাক তই ঝাণ্টে ॥ ১৯৭২৫
জয় নমো নাৰায়ণ আদি দেৱ সনাতন
যদুকুলে ভৈলা অৱতাৰ।
মিলাইল ভাৰত যুদ্ধ বধিলা দুর্ব্বাৰ দৈত্য
পৃথিৱীৰ সংহৰিলা ভাৰ ॥
হেন কৃষ্ণ পদ সেৱি ৰচিলা কংসাৰি কবি
শুনিয়ো ভাৰত মনে কৰি।
যমপুৰ তৰিয়োক সবাৰে মুকুতি হোক
ডাকি সবে বোলা ৰাম হৰি ॥ ১৯৭২৬

---

কৃপাদি বীৰগণসহ অৰ্জ্জুনৰ যুদ্ধ

পদ

এহি শুনি ৰথখান ডকাইল উত্তৰে।
বায়ুবেগে চাৰি ঘোৰা কুদাই চক্ৰাকাৰে ॥

ক্ষণো বামে প্ৰদক্ষিণ কৰৈ পৰিবৰ্ত্ত।
কৃপক সমুখে নিয়া ৰাখিলেক ৰথ ॥ ১৯৭২৭
কৃষ্ণ অৰ্জ্জুনৰ যুদ্ধ চাহিবে কৌতুকে।
আকাশত একঠাই ভৈলা দেৱলোকে ॥
হংসযানে ব্ৰহ্মা বৃষভত মহেশ্বৰ।
মুষৰ বাহনে গণপতি লম্বোদৰ ॥ ১৯৭২৮
ময়ুৰ বাহনে চড়ি দেৱ ষড়ানন।
ঐৰাৱত কন্ধে ইন্দ্ৰ সঙ্গে মৰুগণ ॥
ছাগলৰ কন্ধে অগ্নি মহিষত যম।
কুবেৰ পুষ্পক দিব্য বিমানে উত্তম ॥১৯৭২৯
হৰিণ বাহনে বায়ু মকৰে বৰুণ।
দিব্য ঘণ্টা কিঙ্কিণী বাজয় ৰুণঝুন ॥
অষ্টবসু ৰুদ্ৰগণ অশ্বিনীকুমাৰ।
চন্দ্ৰ সূৰ্য্য গৈলা ৰথে চড়ি আপুনাৰ ॥ ১৯৭৩০
দেৱঋষি পিতৃগণ সিদ্ধ বিদ্যাধৰ।
দৈত্য যে দানৱ যক্ষ গন্ধৰ্ব্ব কিন্নৰ ॥
দিব্যৰথে চড়ি আৰ গৈলা ৰাজাগণ।
বসুমন্ত বলাক্ষ যে সুপ্ৰভ নন্দন ॥ ১৯৭৩১
অষ্টক যে গিৰি গজ যযাতি নহুষ।
কৃষ্ণাক্ষ সগৰ ভানু ৰঘু সন্ধকুশ ॥
দিব্যৰত্ন মণিমালা পুষ্প পৰিধান।
আকাশ ছানিল আসি দেৱৰ বিমান ॥ ১৯৭৩২
শ্বেত যে পতাকা পীত আৰকত বৰ্ণ।
আকাশে প্ৰকাশে ছত্ৰ চামৰ ব্যজন ॥
নানাবিধ পুষ্প আগে যোগাৱৈ বসন্ত।
দিব্য অধিগন্ধ বায়ু সবাকে সেৱন্ত ॥ ১৯৭৩৩
বৈশম্পায়ন নিগদতি জন্মেজয় ৰাই।
কৌতুকে ত্ৰিদশ দেৱে আছা যেৱে চাই ॥
কৃপক সমুখে খেদি গৈলা ধনঞ্জয়।
শঙ্খনাদ কৰিলন্ত শুনি লাগে ভয় ॥ ১৯৭৩৪
পৰ্ব্বত উপৰে যেন ভৈল বজ্ৰপাত।
শবদে পূৰিল দিশ পৃথিৱী দিশান্ত ॥
তাঙ্ক দেখি কৃপে শঙ্খ ফুঙ্কিল তহিত।
শুনি জীয়া জন্তু সবে ভৈল ভয়ভীত ॥ ১৯৭৩৫

নিৰ্ঘাত সদৃশ ঘোৰ টঙ্কাৰ যে কৰি।
অৰ্জ্জুনক লাগি খেদি আইল ধনু ধৰি ॥
কৰ্ণমানে ধনুখান টানি দশ বাণে।
অৰ্জ্জুনৰ হিয়াত ভেদিল বৰ টানে ॥ ১৯৭৩৬
অৰ্জ্জুনো নৰাচ বৰিষিলা জাকে জাক।
শৰে হানি কৃপবৰে কাটিলন্ত তাক ॥
হেন দেখি মহাকোপে জ্বলি কুন্তিসুত।
কৃপক লাগিয়া শৰ মাৰিলা বহুত ॥ ১৯৭৩৭
হাজাৰ অযুত শত লক্ষ একেবাৰ।
আকাশ পৃথিৱীখান কৈলা একাকাৰ ॥
শৰঘাৱে অগ্নি সম জ্বলিল গৌতম।
মহাকোপে শৰীৰৰ বহি যায় ঘাম ॥ ১৯৭৩৮
মাৰো ধনঞ্জয় থাক বুলি দশ শৰ।
গাৱত ভেদিল সিটো বাণে অৰ্জ্জুনৰ ॥
বোম্বালে ৰুধিৰ বহে অৰ্জ্জুনৰ গাৰ।
পৰ্ব্বতৰ হন্তে যেন বহে গেৰুধাৰ ॥ ১৯৭৩৯
শৰে ফুটি অগ্নি সম কোপে ধনঞ্জয়।
চাৰি শৰে কৃপক মাৰিলা চাৰি হয় ॥
কাটিলা যুৱলি ঈষাদণ্ড যোটঙ্গৰী।
কতোদূৰ গৈলা কৃপ পৰিলা উফৰি ॥ ১৯৭৪০
হাসি বীৰ ধনঞ্জয় ৰহিলা উপেক্ষি।
নকৰিলা শৰ গুৰু গৌৰৱক ৰাখি ॥
ক্ৰোধিলাহা কৃপে বৰ মনত আতুষ্টি।
বায়ুবেগে ধাইল বীৰ আন ৰথে উঠি ॥ ১৯৭৪১
অৰ্জ্জুনো প্ৰচণ্ড বীৰ ত্ৰৈলোক্য প্ৰধান।
তিনি শৰে কৃপৰ কাটিলা ধনুখান ॥
আউৰ চাৰি শৰ হানি কাটিলা সন্নাহা।
উদাস ভৈলেক বীৰ সৰ্ব্ব গাৱে ঘাহা ॥ ১৯৭৪২
গুচিল কৱচ কৃপ ভৈলন্ত সঙ্কোচ।
যেন মহাসৰ্পগোটে এৰিলেক চোঞ্চ ॥
আৰ এক সন্নাহা পিন্ধিলা শীঘ্ৰ কৰি।
কোপে কৃপে অৰ্জ্জুনক ধাইলা ধনু ধৰি ॥১৯৭৪৩
আউৰ শৰ ধনঞ্জয়ে কৰিবে নিদিল।
শৰ হানি কৃপৰ যে ধনুক ছেদিল ॥

আন ধনুখান আনি তুলি লৈলা কৃপে।
তাকো শৰে অৰ্জ্জুনে কাটিলা একেচিপে॥ ১৯৭৪৪
যেই যেই ধনুক লৱন্তে কৃপে আনি।
তাকে তাকে অৰ্জ্জুনে কাটন্ত শৰ হানি॥
নিৰন্তৰে কাটিলন্ত একাধিক কুৰি।
মাৰিবাক নাপান্ত ধনুত শৰ জুৰি॥ ১৯৭৪৫
ক্রোধিলা ব্রাহ্মণে বৰ কম্পিলন্ত তনু।
আছাৰিয়া পেলাইলা হাতৰ কটা ধনু॥
থাক ধনঞ্জয় আজি কৰো তোৰ উলি।
এহি বুলি প্রচণ্ড শকতি লৈলা তুলি॥ ১৯৭৪৬
বল দিয়া ক্রোধে মাৰিলন্ত অৰ্জ্জুনক।
আকাশে চলিল যেন যমৰ শায়ক॥
অৰ্জ্জুনে দেখিল আসৈ শকতি প্রচণ্ড।
শৰে হানি পথতে কৰিলা খণ্ড খণ্ড॥ ১৯৭৪৭
শকতিক হত দেখি কৃপে হুঁ বুলি।
ভয়ঙ্কৰ ধনুখানি কৃপে লৈলা তুলি॥
কুৰি শৰে অৰ্জ্জুনক ভেদি মহাখঙ্গে।
পাচে বৰ শঙ্খনাদ কৰিলন্ত ৰঙ্গে॥ ১৯৭৪৮
ক্রোধিলা অৰ্জ্জুন মুখ অগ্নিৰ বৰণ।
তিনি শৰে কৃপৰ কাটিলা ধনুখান॥
সাত শৰে সাৰথি ৰথৰ সব সাজ।
চাৰি শৰে তূণ বাণ ৰথ ধনু ধ্বজ॥ ১৯৭৪৯
ৰথ ৰক্ষা সেনা যত আছিল কৃপৰ।
তাকো কাটি অৰ্জ্জুনে পেশিলা যমঘৰ॥
শৰীৰকো ভেদিল অনেক শৰঘাৱে।
গদা ধৰি অৰ্জ্জুনক ধাইলা ভূমিপাৱে॥ ১৯৭৫০
মাৰোহো অৰ্জ্জুন গদা হানি মুণ্ড ভাঙ্গি।
এহি বুলি প্রহাৰিলা অৰ্জ্জুনক লাগি॥
অৰ্জ্জুনে দেখয় গদা আসয় কৃপৰ।
যমদণ্ডগোট সম আতি ভয়ঙ্কৰ॥ ১৯৭৫১
অৰ্দ্ধচন্দ্র শৰপাট প্রহাৰিল ডাটি।
পথতে কৃপৰ গদা পেলাইলেক কাটি॥
নাহিকে পদাতি ৰথী ধ্বজ ধনু শৰ।
শৰঘাৱে জৰ্জ্জৰিত তৈল কলেৱৰ॥ ১৯৭৫২
শোণিত বহবৈ দেহা কাম্পে ঘনে ঘন।
সিন্দুৰীয়া ফল সম তৈল গাৰ বৰ্ণ॥
বৰ ভঙ্গ পাইল কৃপে অৰ্জ্জুনত ৰণে।
পলুৱাই নিলা তাঙ্ক সবে বীৰগণে॥ ১৯৭৫৩
বেহু এৰি কৃপ পলাই গৈলা হেন দেখি।
পলাই কুৰু সৈন্য সবে সমৰ উপেক্ষি॥
বাঘে যেন হৰিণক খেদন্ত অৰ্জ্জুনে।
হেন দেখি আগবাঢ়ি ধাইল গুৰু দ্রোণে॥ '৫৪
নিৰ্ঘাত সদৃশ কৰি ধনুৰ টঙ্কাৰ।
প্রজাক বোলন্ত কেহো নপলাইবি আৰ॥
হেন দেখি উত্তৰক বুলিলা অৰ্জ্জুন।
হেৰ দেখ যুদ্ধক আসন্ত গুৰু দ্রোণ॥ ১৯৭৫৫
তাহাঙ্ক সমুখে মোৰ ডাক ৰথখান।
গুৰু শিষ্যে যুজো আজি চাউক সবে ৰণ॥
এহি শুনি ৰথখান উত্তৰে ডাকিল।
বায়ুবেগে দ্রোণ আসি অৰ্জ্জুনক পাইল॥ ১৯৭৫৬
দুইৰো শঙ্খনাদ বৰ শুনি বিপৰীত।
উচল পাচল প্রজা ভৈল ভয়ভীত॥
ৰথে ৰথে দুইহন্তো ভৈলেক একঠাই।
অদভুত দেখি সবে প্রজা আছে চাই॥ ১৯৭৫৭
দ্রোণক প্রণাম আসি কৰি ধনঞ্জয়।
অশেষ কাকুতি বাণী বুলিলা বিনয়॥
আপুনি সকলে গুৰু জানাহা আমাৰ।
পাপিষ্ঠ কৌৰৱে যত কৰিলা নিকাৰ॥ ১৯৭৫৮
তেত্রয় বৎসৰ হেৰ ফুৰো যেন দুঃখে।
কহিবে নপাৰো তাক মোৰ এক মুখে॥
তাৰ প্রতিকাৰ কিছো কৰো কৌৰৱক।
কোপ নকৰিবা আমি তোমাৰ সেৱক॥ ১৯৭৫৯
আৰ কৰযোৰে হেৰা বুলিলো প্রণামি।
প্রথমে প্রহাৰ গুৰু নকৰিবো আমি॥
গুৰু গৌৰৱক মান্য ৰাখিবাক লাগে।
আমাক প্রহাৰ গুৰু কৰিয়োক আগে॥ ১৯৭৬০
হাসি গুৰু দ্রোণে যে ধনুত শৰ জুৰি।
প্রথমে হানিলা শৰ একাধিক কুৰি॥

লীলায়ে অৰ্জ্জুনে তাক কাটিয়া পেলাইলা ।
পাচে গুৰু দ্ৰোণ শৰে অৰ্জ্জুনক চাইলা ॥ ১৯৭৬১
নাকলিয় অৰ্জ্জুনৰ শুক্লবৰ্ণ ৰথ ।
নিহৰে ঢাকিল যেন হিমন্ত পৰ্ব্বত ॥
সমৰত লঘুহস্ত দেখিয়া দ্ৰোণৰ ।
অৰ্জ্জুনো মাৰিলা পাচে অসংখ্যাত শৰ ॥ ১৯৭৬২
দুইকো দুই শৰ হানি চাইলা সমুদায় ।
অন্তৰি কৌৰৱী সেনা আছে যুদ্ধ-চাই ॥
দুইৰো শৰে দিশপাশ ছানিল আকাশ ।
ক্ষণিতেকে সন্ধি নাই নবহে বতাস ॥ ১৯৭৬৩
আকাশে নুৰাৱে পক্ষী মাৰিবাক ভয় ।
নেদেখিয়া সূৰ্য্যক ভৈলেক তমোময় ॥
শৰত পৰিয়া শৰ তাতে অগ্নি উঠে ।
ঠাক ঠিক শব্দে মাগুল যেন ফুটে ॥ ১৯৭৬৪
এহিমতে দণ্ড দুই শৰযুদ্ধ ভৈলা ।
পাচে দিব্য অস্ত্রে দুয়ো যুজিবাক লৈলা ॥
ইন্দ্ৰ যম কুবেৰ বায়ব্য দেৱ অস্ত্ৰ ।
দুইকো দুই ছিদ্ৰ চাই প্ৰহাৰ কৰন্ত ॥ ১৯৭৬৫
অগণি বৰুণ বাণ মাৰে দুয়ো আনি ।
অস্ত্রে অস্ত্র সংহাৰ কৰন্ত ৰঙ্গে হানি ॥
গিৰগিৰ শৰদে পৃথিৱীখান লৰৈ ।
বজ্ৰৰ উপৰে যেন আৰ বজ্ৰ পৰৈ ॥ ১৯৭৬৬
ত্ৰিভুৱন খলকিল অস্ত্ৰৰ শৱদে ।
ডৰে জীয়া জন্তু সবে থাকিল তবধে ॥
দেৱাসুৰ নাগ যক্ষ দানৱ গন্ধৰ্ব্বে ।
দ্ৰোণক প্ৰশংসা লোকে কৰিলেক সবে ॥ '৬৭
অৰ্জ্জুনক সম কোন আছে জগতত ।
দৃঢ় মুঠি ধৰি মাৰে বীৰ লঘুহস্ত ॥
দেৱাসুৰ নাগে যাক হাৰিলেক ৰণে ।
তাহাঙ্ক সমুখে আজি যুজে গুৰু দ্ৰোণে ॥ ১৯৭৬৮
ক্ষত্ৰি জাতি ভৈলে হোৱে স্বভাৱে নিষ্ঠুৰ ।
নচাৱয় পিতা পুত্ৰ সুহৃদ শ্বশুৰ ॥
বজ্ৰে বান্ধিলেক হিয়া কিনো নিদাৰুণ ।
শিষ্য হুই গুৰুক যে যুজন্ত অৰ্জ্জুন ॥ ১৯৭৬৯

অস্ত্ৰযুদ্ধ এৰি পাচে দ্ৰোণ ধনঞ্জয় ।
শৰযুদ্ধ কৰিলন্ত দেখি লাগে ভয় ॥
সুবৰ্ণ পুঙ্খিয়া শৰ মাৰন্ত আপাৰ ।
অগনি কণিকা সম দেখি চমৎকাৰ ॥ ১৯৭৭০
বিজুলীচমক সম চিকমিক বৰ্ণ ।
আকাশে সঞ্চৰৈ যেন নিশি তাৰাগণ ॥
দুইৰো শৰে চাইল ৰথ গগনমণ্ডল ।
স্বৰ্গে সমে পৃথিবীক দেখি একস্থল ॥ ১৯৭৭১
অৰ্জ্জুনৰ শৰৰ নাহিকৈ আদি অন্ত ।
সহস্ৰ সংখ্যক শৰ অযুত মাৰন্ত ॥
কোটি অৰবুদ লক্ষ জাকে জাকে যায় ।
বৃক্ষ গিৰি হন্তে যেন ফৰিঙ্গা উৰাই ॥ ১৯৭৭২
মাৰন্তে যোৰন্তে হাত নাকলিয় আৰ ।
যেন মেঘে জল বৃষ্টি কৰৈ বাৰিষাৰ ॥
দেৱঋষি পিতৃগণ গন্ধৰ্ব্ব সহিতে ।
অৰ্জ্জুনক প্ৰশংসা কৰিল সবে হন্তে ॥ ১৯৭৭৩
কহিবে নপাৰি অৰ্জ্জুনৰ পৰাক্ৰম ।
দ্ৰোণত অধিক দশ গুণে শৰশ্ৰম ॥
প্ৰচণ্ড গাণ্ডীৱখান কৰ্ণমানে টানি ।
ভেদিল দ্ৰোণৰ সবে মৰ্ম্মস্থানে হানি ॥ ১৯৭৭৪
কাটিল কৱচ ধ্বজ ধনু বাণ তূণ ।
লালকাল ভৈল অৰ্জ্জুনৰ শৰে দ্ৰোণ ॥
বোম্বালে ৰুধিৰ বহি যায় সবে গাৰ ।
দেখি কুৰুসেনা সবে কৰৈ হাহাকাৰ ॥ ১৯৭৭৫
হেন দেখি অশ্বত্থামা কোপে বহ্নি সম ।
অৰ্জ্জুনক ধাইলা যেন কালান্তক যম ॥
বজ্ৰঘোষ সম কৰি ধনুৰ টঙ্কাৰ ।
অৰ্জ্জুনক লাগি শৰ মাৰিলা আপাৰ ॥ ১৯৭৭৬
ত্ৰৈলোক্যে অজয় বীৰবৰ কপিধ্বজ ।
নাহিক ভ্ৰূভঙ্গ লীলামত্ত যেন গজ ॥
ৰথখান ফুৰাইলন্ত দ্ৰোণক যে এৰি ।
অশ্বত্থামা বীৰক ধাইলেক ধনু ধৰি । ১৯৭৭৭
ৰণ এৰি দ্ৰোণেও পলাইলা ছেগ পাই ।
সৈন্যৰ মাজত পশি থাকিলা লুকাই ॥

অশ্বত্থামা অৰ্জ্জুনে লাগিল যুদ্ধ বৰ।
যেন দুই গ্ৰহ যুদ্ধ মঙ্গল বুধৰ ॥ ১৯৭৭৮
বিদ্যুৎ সঞ্চাৰে ফুৰৈ দুইহন্তৰ ৰথ।
ধনুৰ টঙ্কাৰে মহী কাম্পয় পৰ্ব্বত ॥
শৰহানি দুইকো দুই চানিল সমূলে।
যেন মেৰুশৃঙ্গত পলাশ পুষ্প ফুলে ॥ ১৯৭৭৯
দুৰ্জ্জয় অৰ্জ্জুন বীৰ কুন্তীৰ তনয়।
শৰে হানি কাটিল ৰথৰ চাৰি হয় ॥
বাসুকী সদৃশ বিষক্ষুৰ দশ বাণ।
অৰ্জ্জুনৰো হিয়াত ভেদিল বৰ টান ॥ ১৯৭৮০
হাক্ষুতি ঘামিল বীৰে দেখি তমোময়।
কম্পি কম্পি ক্ষণেক ৰহিলা ধনঞ্জয় ॥
সেহি বেলা অশ্বত্থামা সমৰে নিপুণ।
শৰে হানি অৰ্জ্জুনৰ কাটি ধনুগুৰ্ণ ॥ ১৯৭৮১
পুনৰপি সাত শৰে ভেদিল হৃদয়।
দেখি কুৰুবলৰ আনন্দ জয় জয় ॥
দেৱাসুৰ নাগ যক্ষ দানৱ মানৱ।
ভীষ্ম দ্ৰোণ আদি কৰি যতেক কৌৰৱ ॥ ১৯৭৮২
সিদ্ধ মুনি বিদ্যাধৰে যতেক দেখিল।
সাধু অশ্বত্থামা বুলি সবে প্ৰশংসিল ॥
অৰ্জ্জুনে বোলন্ত সাধু সাধু গুৰুপুত্ৰ।
এহি বুলি আন গুণ লগাইলা ধনুত ॥ ১৯৭৮৩
কৰ্ণমানে টানি ঘোৰ কৰিল টঙ্কাৰ।
শৰ বৰিষিলা যেন মেঘে বাৰিষাৰ ॥
অশ্বত্থামা বীৰে শৰ বৰিষিলা কোপে।
হাজাৰে হাজাৰে লক্ষে লক্ষে একে জোপে ॥ '৮৪
অযুত নিযুত শৰ যাই একেবাৰ।
দুইৰো শৰে দশোদিশ ভৈল অন্ধকাৰ ॥
বিপৰীত তুমুল লাগিল ধুমাৰ্জ্জয়।
দিশ পাশ আকাশ দেখিয় তমোময় ॥ ১৯৭৮৫
দুয়ো বীৰ তৰুণ দাৰুণ পৰাক্ৰম।
দুয়ো মহা ধনুৰ্দ্ধৰ তুল্য শৰশ্ৰম ॥
ৰণত নিপুণ দুয়ো গুণে নিৰুপম।
মহাবল মহাভুজ দুইকো দুই সম ॥ ১৯৭৮৬
দ্ৰোণৰ যে শিষ্য দুয়ো বয়সে সমান।
কিন্তু অশ্বত্থামাৰ টুকাল সবে বাণ ॥
ধনহান প্ৰাণী যেন বুদ্ধি হোৱে হীন।
সেহিমতে অশ্বত্থামা কিছো ভৈল ক্ষীণ ॥ ১৯৭৮৭
অক্ষয় তূণৰ যিটো নাহি ক্ষয়ব্যয়।
সি কাৰণে তাস্ত কৰি চাৰ ধনঞ্জয় ॥
ৰণ এৰি অশ্বত্থামা সি হেতু শঙ্কুচি।
শিঙ্গভাঙ্গা বৃষ যেন গৈল পাচ গুচি ॥ ১৯৭৮৮
অৰ্জ্জুন থাকিলা যেন মেৰুশৃঙ্গখণ্ড।
কৌৰৱ কুমুদ বনে পৰিয়া মাৰ্ত্তণ্ড ॥
হেন দেখি আগবাঢ়ি কৰ্ণ মহাৰথী।
অৰ্জ্জুনক ধাইল যেন কোপে মত্ত হস্তী ॥ ১৯৭৮৯
ধনুৰ টঙ্কাৰ যেন মেঘৰ গৰ্জ্জন।
অৰ্জ্জুনে দেখন্ত কোপে খেদি আসে কৰ্ণ ॥
অশ্বক মহিষে যেন স্বভাৱে বিৰোধে।
কৰ্ণকো অৰ্জ্জুনে দেখি খেদি গৈল ক্ৰোধে ॥'৯০
অশ্বত্থামাৰ শৰসব ভাল ভাল চাই।
পদাতি কটক সব নিলেক কোঞ্চাই ॥
ক্ৰোধত অৰ্জ্জুনে চক্ষু ফুৰাই ঘনে ঘন।
ডাক দিয়া বোলে অৰে খেদি আসে কৰ্ণ ॥ '৯১
সভা মাজে তই বুলি আছিলি পূৰ্ব্বত।
মোক সম বীৰ কোন আছয় লোকত ॥
সিসব বচন আৱে সত্য কৰ আজি।
হেৰ দেখ মই আছো ধনুগুৰ্ণ মাজি ॥ ১৯৭৯২
ধৰ্ম্মপথ এৰি যত বুলিলি অলেখ।
সবে মিছা তোহোৰ জলৰ যেন ৰেখ ॥
যত যত বিকৰ্থনা কৰিলি পাপিষ্ঠ।
কূটনাট বহুবিধ চিন্তিলি অনিষ্ট ॥ ১৯৭৯৩
বিষ খুৱাই মাৰিবে চাহিলি এক বেলি।
জলত ডুবালি পাশে বান্ধি হানি মেলি ॥
যোগৃহ সাজিলি পুৰি মাৰিবাক লাগি।
নিমিত্তেসে দুৰ্য্যোধন তই মূল ভাগি ॥ ১৯৭৯৪
শকুনিৰ বোলে সবে খেলিয়া কূটপাশ।
বাহুয় ৰৎসৰ খটাইলিহি বনবাস ॥

ৰজস্বলা সময়ত এক বস্ত্র কৰি।
দ্রৌপদীক পাপিষ্ঠ নিয়াইলি চুলে ধৰি ॥১৯৭৯৫
মিছা বুলি বঞ্চি ৰাজ্য লৱালি আমাৰ।
থাক দুৰাচাৰ তাৰ কৰো প্রতিকাৰ ॥
ধর্ম্মপাশে বদ্ধ হেতু ক্ষেমিলো পূর্ব্বত।
এৱে কৈক যাইবি দুষ্ট মোহোৰ হাতত ॥ '৯৬
যদি গহ আছে এৱে খেদি আস মোক।
তোৰ মোৰ যুদ্ধ আৱে চাওক সবে লোক ॥
কর্ণে বোলে শুন অৰে বিকর্থনা এৰ।
তোৰ যমকাল মই আসি আছো হেৰ ॥ ১৯৭৯৭
অকাৰণে মিছা কিয় লপস বিস্তৰ।
যদি যুদ্ধ দিবি তেৱে শীঘ্রে কৰ শৰ ॥
তোৰ দর্প শুনি মোৰ কাণ কণ্ডুৱাই।
এৰ মিছা টাই দৰশায়ো মুনিষাই ॥ ১৯৭৯৮
ধর্ম্মপাশে বদ্ধ হেতু ক্ষেমিলো পূর্ব্বত।
এভো বদ্ধ নৌ গুচে নেৰ যেৱে সত্য ॥
যদি ধর্ম্ম সমুচিতে কৰস জিজ্ঞাস।
পুনৰপি যাইবে লাগে সেহি বনবাস ॥ ১৯৭৯৯
পাৰিলে সে ক্ষেমিয়া আছয় এতকাল।
শিল কি কোমল ভৈলে এৰয় শৃগাল ॥
ক্ষুদ্র পতঙ্গক মাৰি কৰ মহমহ।
মোহোৰ আগত আজি খানিতেক ৰহ ॥ ১৯৮০০
বাসুকি সদৃশ হেৰ দেখ দুই ভুজ।
ক্ষণিতেকে আজি মোৰ পৰাক্রম বুজ ॥
ঝাণ্ট কৰি যি দেৱক লাগে তাক পূজ।
ত্রিদশে দেখোক আজি তোৰ মোৰ যুজ ॥ '৮০১
যদি ইন্দ্রে সাজি তোৰ হোৱন্ত সহায়।
তাহাঙ্কো সমৰে মাৰো কিছো দোষ নাই ॥
দেখ শৰচয় মোৰ প্রচণ্ড বিশাল।
তক্ষক সমান ঘোৰ তোৰ যমকাল ॥ ১৯৮০২
এহি শৰ হানি যমকৰণে পঠাওঁ।
আউৰ যেন সুশুনয় ধনঞ্জয় নাউ ॥
অর্জ্জুনে বোলন্ত শুন অৰে দুৰাচাৰ।
যেন দুৰ্য্যোধন তেন পাত্র তই তাৰ ॥ ১৯৮০৩

আপুনাক মহমহ দেখস দুন্দুৰ।
মোহোৰ হাতত তই যাইবি যমপুৰ ॥
একবাৰ যুজি আসি পলাই যাস কিয়।
নিলাজক হুই তই বৰ সুখে জীয় ॥ ১৯৮০৪
ভায়েৰক মাৰিলোহো নাৰাখিলি কিক।
তোহোৰ বীৰত্ব সবে আছোক ধিক ধিক ॥
ঠোঁঠকটা চেঙ্গ অৰে লাগস উলটি।
খুন্টিয়াই পলাশ যেন ঘাটে চৰা পুঠি ॥ ১৯৮০৫
নিলাজ যেহেন কাক ফুৰ ছেগ চাই।
খানিতেক ৰহ যমপুৰে দিবো ঠাই ॥
হৰত শৰণ লস কৈলাসক যাস।
সাগৰত ডুব দেস পাতালে পলাস ॥ ১৯৮০৬
যদি যম কুবেৰত লৱস শৰণ।
তথাপি অৱশ্যে তোক মাৰিবোহো কর্ণ ॥
তোৰ মোৰ যুদ্ধ ইহ জনমে নভাঙ্গে।
শুন দুষ্ট বোলো তই জানি থাক সাঙ্গে ॥ '৮০৭
তোৰ শিৰ শোণিতে পূজিবো ৰণচণ্ডী।
হৃদয়ৰ শূলগুলি তেৱে যাইবে খণ্ডি ॥
আউৰ কত নীচক যে কৰোহো উত্তৰ।
এহি বুলি ধনুখান কৰিলা টঙ্কাৰ ॥ ১৯৮০৮
আকর্ণ পূৰিয়া কোপে টানি ধনুর্গুণ।
কুৰি শৰে হানি তাক ভেদিলা অর্জ্জুন ॥
শৰচোটে ৰবিস্মৃত কর্ণ মহাবলী।
ঘৃত পাইয়া অগ্নি যেন আতি গৈল জ্বলি ॥ ১৯৮০৯
তীখাল বিষাল অসংখ্যাত চণ্ড শৰে।
অর্জ্জুনৰ গাৱত ভেদিলা নিৰন্তৰে ॥
উৰু শিৰ ললাট কাটিলা বক্ষস্থলে।
নাক মুখ পেট কোষ শালিল সকলে ॥ ১৯৮১০
চাৰি শৰে বানৰধ্বজক পতাকাক।
দুই শৰে ধনু চাৰি ৰথৰ ঘোৰাক ॥
সাত শৰে উত্তৰক ভেদিলেক দ্রুত।
কুতূহলে সিংহনাদ কৰিলা বহুত ॥ ১৯৮১১
বানৰৰ ধ্বজ গোটে কোপে অর্জ্জুনৰ।
কর্ণৰ ভীতিক চাই গর্জ্জিলা বিস্তৰ ॥

বিপৰীত চোটে আতি খণ্ডিলা অৰ্জ্জুন।
দুই শৰে কৰ্ণৰ কাটিলা দুই তুণ ॥ ১৯৮১২
কুৰি শৰ হানি তাৰ হৃদয়ক ভেদি।
সিংহ সম গৰ্জ্জি ক্ৰোধে যান্ত তাক খেদি ॥
হেন দেখি মহাক্ৰোধে কৰ্ণে ক্ষুৰ বাণে।
অৰ্জ্জুনৰ হাতত ভেদিলা বৰ টানে ॥ ১৯৮১৩
বজ্ৰ সম শৰে বীৰ দুই কৰে ফুটি।
বাম হাতে অৰ্জ্জুনৰ ঢিলা ভৈল মুঠি ॥
মহাবীৰ সব্যসাচী বাসৱতনয়।
ডাহিনত যেন আৰ বামতো তেনয় ॥ ১৯৮১৪
সোঁহাতে ধনু ধৰি বাম হাতে বাণ।
বায়ুবেগে কৰ্ণৰ কাটিলা ধনুখান ॥
ধনু ছেদ দেখি কোপে কৰ্ণ মহাৰথী।
শক্তিগোট তুলি লৈলা অৰ্জ্জুনক প্ৰতি ॥ ১৯৮১৫
প্ৰহাৰিলা কোপে যেন যমে যমদণ্ড।
শৰ হানি অৰ্জ্জুনে কৰিলা খণ্ড খণ্ড ॥
মাৰিলেক কৰ্ণৰ অনেক সেনাগণ।
অৰ্জ্জুনে কাটিয়া নিলা যমৰ কৰণ ॥ ১৯৮১৬
ত্ৰিভুৱনে নাহি বীৰ অৰ্জ্জুনক যোৰ।
চাৰি শৰ মাৰিয়া কাটিলা চাৰি ঘোৰ ॥
হৃদয়ত সাত শৰে ভেদিলা কৰ্ণক।
ফুৰি ফুৰি মূৰ্চ্ছা গৈলা দেখিয়া যমক ॥ ১৯৮১৭
বোম্বালে ৰুধিৰ বহে চোট পাই বৰ।
ৰণ এৰি ভূমিপাৰে দিলেক লৰৰ ॥
অৰ্জ্জুনে দেখন্ত কৰ্ণ পলাই লৰৰন্তে।
উত্তৰে সহিতে চাইয়া থাকিলা দুই হস্তে ॥ '১৮
দেৱঋষি পিতৃগণে দানৱ গন্ধৰ্ব্বে।
অৰ্জ্জুনৰ বাহুবল প্ৰশংসিলা সবে ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
কৰ্ণক সমৰে জিনি বীৰ ধনঞ্জয় ॥ ১৯৮১৯
উত্তৰক খুলিলন্ত ৰথখান বাওঁ।
ভীষ্ম সমে যুজোঁ আৰে কৌতুকতে চাওঁ ॥
উত্তৰে বোলন্ত প্ৰভু ভৈলোহো হাতাস।
কৰ্ণশৰে পীড়ে হেৰা নপাওঁ উশাহ ॥ ১৯৮২০
দাৰুণ প্ৰহাৰে মই ভৈলা জৰ্জ্জৰিত।
নাকে মুখে কাণে সবে বহৰে শোণিত ॥
কুশ খেৰ দিবে লাগি নাহি দেখা গাৱ।
থিৰ নোহে দেহা মোৰ কাম্পে হাত পাৱ ॥ '২১
কৰ্ণৰ তোমাৰ দুইৰ দিব্য অস্ত্ৰ দেখি।
চাহিবে নোৱাৰো যেন ফুটি যাই আখি ॥
ধনুৰ টঙ্কাৰ শঙ্খৰাৱ কোলাহল।
শ্ৰুতি বুদ্ধি হৰিল কৰ্ণত লাগে তাল ॥ ১৯৮২২
মণ্ডল আকাৰে ৰথ ঘূৰয় সতত।
ৰাখিবে নোৱাৰো ঘোৰা নৰহে হাতত ॥
তোমাৰ প্ৰচণ্ড ৰূপ দেখো যম সম।
মাংসে যে শোণিতে মহী কৰিল কৰ্দ্দম ॥ ১৯৮২৩
কল্কি ৰূপ হৰি যেন দেখি লাগে ভয়।
ভীষ্মৰো তেহেন ৰূপ দেখোহো নিশ্চয় ॥
দ্বাদশ আদিত্য যেন প্ৰলয় কালৰ।
ৰুদ্ৰৰূপ ধৰি যেন আসিলা শঙ্কৰ ॥ ১৯৮২৪
অৰ্জ্জুনে বোলন্ত শুনা ৰাজাৰ তনয়।
ক্ষত্ৰি জাতি ভৈলে তোৰ মুহি হেন নয় ॥
বিশেষত মৎস্যৰাজকুলে ভৈলা জাত।
ভয় পৰিহৰি যুদ্ধ যজ্ঞৰ বেলাত ॥ ১৯৮২৫
সাহাষ্টম হুই শ্ৰুতি ধৰ আপুনাক।
ভীষ্ম সমে যুজো মোৰ ৰথখান ডাক ॥
দেখা দুই হস্তৰ দিব্য অস্ত্ৰৰ মহত।
চন্দ্ৰ সূৰ্য্য বায়ু যেন নৰহে ৰথত ॥ ১৯৮২৬
গাণ্ডীৱ ধনুৰ চোট দেখোক কৌৰৱে।
কাটি ওপচাওঁ মহী মনুষ্যৰ শৰে ॥
কাৰো হাতপাৱ শিৰ পেট সবে ছেদি।
প্ৰজাৰ শোণিতে আজি বহাইবোহো নদী ॥ '২৭
দেখন্তোক যুদ্ধ আজি কুৰুবৰ্গ বৃদ্ধ।
মাংসক ভুঞ্জোক কাক শেন পক্ষী গৃধ্ৰ ॥
ত্ৰিজগতনাথে যেন কৰে চক্ৰ ধৰি।
বধিলা অসুৰগণ দেৱতা শ্ৰীহৰি ॥ ১৯৮২৮
ময়ো সেহি মতে আজি মাৰো ৰিপুগণ।
ভয় পৰিহৰি মোৰ ভাক ৰথখান ॥

অনেক আশ্বাস বাণী শুনি অৰ্জ্জুনৰ।
বায়ুবেগে ৰথখান ডকাইল উত্তৰ ॥ ১৯৮২৯
আকাশে চানিলা যেন সুবৰ্ণ চটক।
ভয় হুয়া কৌৰৱৰ ভাগিল কটক ॥
সাগৰত ঢৌ যেন গৈল বাৰ লাগি।
অৰ্জ্জুনক দেখি সেনা পলাইলেক ভাগি ॥১৯৮৩০
সেহি বেলা ধৃতৰাষ্ট্ৰে পুত্ৰ চাৰি ৰথী।
দুঃশাসন দুৰ্ম্মদ বিকৰ্ণ বিবিংশতি।
চাৰি বীৰে অৰ্জ্জুনক ধাইল একে জোপে।
চতুৰ্দ্দিশে ঢাকি শৰ বৰিষিলা কোপে ॥ ১৯৮৩১
নাৰাচ মাৰিলা ঘোৰ ক্ষুৰ কঙ্কদন্ত।
শৰজালে সমুলে চানিল বায়ুপথ ॥
আগবাঢ়ি যুজিবেক বীৰ দুঃশাসনে।
অৰ্জ্জুনক ভেদিলেক ভল্ল তিনি বাণে ॥ ১৯৮৩২
উত্তৰকো ভেদিল প্ৰচণ্ড এক শৰে।
কেঙ্কাস্তে থাকিল পৰি ৰথৰ উপৰে ॥
ক্ৰোধিল অৰ্জ্জুন বীৰ পাণ্ডুৰ নন্দন।
দুঃশাসন বীৰৰ কাটিলা ধনু খান ॥ ১৯৮৩৩
হৃদয়ত পাঞ্চোগোটা ভেদিল নৰাচ।
পলাই বীৰ দুঃশাসন নচাৱয় পাচ ॥
মহাবীৰ বিকৰ্ণ গৈলেক ধনু টানি।
অৰ্জ্জুনক ভেদিলেক সাত শৰ হানি ॥ ১৯৮৩৪
তাহাকো অৰ্জ্জুনে পাচে ভল্ল তিনি পাটে।
বৰ চোটে পিঠে কণ্ঠে ভেদিল ললাটে ॥
মূৰ্চ্ছা গৈল বিকৰ্ণ হাতৰ ধনু এৰি।
ৰথ হন্তে পৃথিবীত পৰিল উফৰি ॥ ১৯৮৩৫
দেখি বীৰ বিবিশংতি দুৰ্ম্মদ সহিতে।
অৰ্জ্জুনক লাগি শৰ বৰিষয় দ্ৰুতে ॥
হাসিয়া অৰ্জ্জুনে দুইকো ক্ষুৰ দুই বাণে।
হৃদয়ত মৰ্ম্মথানে ভেদিলা সন্ধানে॥ ১৯৮৩৬
আউৰ শৰে দুই হন্তৰ কাটি দুই ৰথ।
দুই শৰে সাৰথিক নিলা যমপথ ॥
ৰথভঙ্গে পৃথিবীত পৰি দুই ভাই।
মূৰ্চ্ছা গৈলা দুয়োগোট মৃতক পৰায় ॥ ১৯৮৩৭
দেখি বীৰগণে সবে পাচে মাৰৈ বুলি।
পলুৱাই নিলে সবে শীঘ্ৰে ৰথে তুলি ॥
বোলন্ত কংসাৰি সবে এৰা আন কাম।
পুৰুষ উদ্ধাৰ হোক বোলা ৰাম ৰাম ॥ ১৯৮৩৮

---

সপ্তৰথীৰ সৈন্তে অৰ্জ্জুনৰ যুদ্ধ

দুলড়ী

অৰ্জ্জুনে মাৰন্ত হস্তী ঘোঁৰা ৰথ
সৈন্য ভাগি পলাই ডৰে।
কুৰুবলে পাচে কোপে অৰ্জ্জুনক
সৱে ধাইল চপকৰে ॥
শুনি সিংহৰাৱ ধনুৰ টঙ্কাৰ
পৃথিবী মেলাই ফাট।
বাৰুৱতিগণে খাণ্ডা তুলি বোলে
ধৰ মাৰ কাট কাট ॥ ১৯৮৩৯
গদা মুদগৰ পৰিঘ তোমৰ
শকতি শূল আথাকে।
প্ৰাশ যে পট্টীশ হানৈ অৰ্জ্জুনৰ
বেঢ়িয়া অস্ত্ৰৰ জাকে ॥
অনেক হাজাৰ শৰবৃষ্টি কৰৈ
ছানিয়া দিশ সকল।
শ্ৰাৱণ আষাঢ় কালমেঘ যেন
পৰ্ব্বতক ঢাকি জল ॥ ১৯৮৪০
অৰ্জ্জুনে তেখনে দিব্য অস্ত্ৰ হানি
সবাকে কাটিল তাক।
পাচে শৰ হানি কৌৰৱী সেনাক
মাৰিলন্ত জাকে জাক ॥
কাৰো হাত পাৱ ওঠ কণ্ঠ দেহ
মধ্যত কাৰো কাটিল।
যেন পদ্মবন ক্ষণেকে সমুলে
মজ্জা শিক্ষা উপৰিল ॥ ১৯৮৪১
ৰাহুত মাহুত সাৰথি কাটিল
কবচ কাহাৰো ভৰি।

হস্তী ঘোঁৰা সবে পতাকা ক্ষুৰয়
গৰুপাল উদ কৰি ॥
কাৰো তুণ্ড মুণ্ড অৰ্জ্জুনে কাটন্ত
ঠাৱতে মাৰৈ আপাৰ।
কতো শৰে ফুটি থিয় লাঞ্জ কৰি
পলায় এৰি পটোৱাৰ ॥ ১৯৮৪২
ছত্ৰ চিহ্ন দণ্ড পতাকা চামৰ
শৰ ছোটে ছিৰি ছিৰি।
যেন আকাশত পক্ষী অসংখ্যাত
জাকে জাকে ফুৰে উৰি ॥
কুণ্ডলে মণ্ডিত অসংখ্যাত মাথ
কিৰীটি মণি সহিত।
যেন তাৰাগণ স্বৰ্গৰ খসিয়া
পৰি আছে ধৰণীত ॥ ১৯৮৪৩
তেহ্নয় বৎসৰ ক্ৰোধত অৰ্জ্জুনে
কৌৰৱৰ সেনাগণ।
জ্বলন্ত অগনি দহন্তে যেহেন
চৈত্ৰ ফাল্গুনৰ থান ॥
বসন্ত কালৰ পচোৱা বতাসে
সৰে যেন পকা পাত।
সেহিমতে কাটি অৰ্জ্জুনে পেলাইল
কৌৰৱী সেনাৰ মাথ ॥ ১৯৮৪৪
যেন কালমেঘে শিলা জাকে জাকে
বৰিষিল পৃথিৱীত।
কৌৰৱী সেনাৰ সেহিমতে মুণ্ড
পেলাইলা কাটি ত্বৰিত ॥
ডাকিনী যোগিনী ৰাক্ষস ক্ৰব্যাদ
পিশাচ ভূত ভৈৰৱ।
শৃগাল শগুনে নথাৱয় ঘিণে
কৌৰৱৰ কটা শৱ ॥ ১৯৮৪৫
পৰ্ব্বত আকাৰে পৃথিৱী ছানিয়া
পৰি আছে ঠাই ঠাই।
প্ৰজাৰ শোণিতে ভয়ঙ্কৰ বৰ
নদী এক বহি যাই ॥
মাংসে যে কৰ্দ্দম কেশে যে শেৱাল
ফালি টুপি ভৈলা হেন।
অস্ত্ৰে জলজন্তু শৰ চাপ ধ্বজ
উটে বৃক্ষজাজি যেন ॥ ১৯৮৪৬
ধৱল পতাকা সম্যকে দেখিয়া
ঢোউ সম উপৰত।
তূণ বাণ ছত্ৰ পৰি আছে যত
নদীৰ যেন আৱৰ্ত্ত ॥
পৰ্ব্বত্ত সমান হস্তীসব মৰি
আছে অন্তৰ্দ্বীপ সম।
যুগান্ত কালত ৰুদ্ৰৰূপে যেন
প্ৰজা সংহৰিল যম ॥ ১৯৮৪৭

---

ছবি

হেন দেখি দুৰ্য্যোধন দ্ৰোণ অশ্বত্থামা কৰ্ণ
দুঃশাসন কৃপ বিবিংশতি।
সৈন্যৰ মৰণ কোপে আগ হুই একে জোপে
অৰ্জ্জুনক ধাইলা সাত ৰথী ॥
মেঘৰ গৰ্জ্জন সম ধনুৰ টঙ্কাৰ কৰি
আকৰ্ণ পূৰিয়া গুণ টানি।
অনেক হাজাৰ বাণ দশোদিশে নিৰোধিয়া
হানিলেক অৰ্জ্জুনক ছানি ॥ ১৯৮৪৮
অৰ্জ্জুনে বায়ুৰ অস্ত্ৰ তূলা হেন উৰুৱাইল
ওচৰো নপাইলা গৈয়া বাণে।
পুনৰপি চমৎকাৰে শৰ হানি একেবাৰে
সাতকো ভেদিল মৰ্ম্মথানে ॥
দ্ৰোণক যে ষাঠি শৰে হানি পেট পিঠি হিয়ে
গুৰু তনয়ক শৰ সাত।
সাত গোটা সৰ্প যেন গৰ্ত্ত পাইয়া লুকাইলেক
থৰথৰি পশিল হিয়াত ॥ ১৯৮৪৯
তীখাল বিষাল বাছি এক শত শৰে কাটি
দুৰ্য্যোধন কৌৰৱ নৃপক।
অষ্টাদশ শৰ হানি বিবিংশতি কুমৰক
কুৰি শৰে ভেদিল কৃপক ॥

অতি তীক্ষ্ণ তিনি বাণে দুঃশাসনক যে টানে
কৰ্ণক ভেদিল শৰ নৱৈ।
যেন মেৰু পৰ্ব্বতৰ নৰ ধাৰা গেৰু ঝৰৈ
কৰ্ণৰো গাৱত তেজ বৱৈ॥ ১৯৮৫০
আনো যত বীৰগণ ৰথ ৰক্ষা কৌৰৱৰ
আগে পাচে আছিল যতেক।
সবাকে অৰ্জ্জুনে আৰ শৰে হানি ভেদিলন্ত
গাৱে গাৱে পঞ্চাশ শতেক॥
অৰ্জ্জুনৰ বজ্র সম প্ৰচণ্ড বিষাল শৰে
জৰ্জ্জৰিত হুয়া সবে ফুটি।
শ্ৰুতি বুদ্ধি নাই গাৱে ৰণ এৰি একেবাৰে
সাতো বীৰ পলাইল উলটি॥ ১৯৮৫১
যেন মহা মেঘখণ্ড পচোৱা বতাস লাগি
পলাইল কটক সবে ভঙ্গে।
আকাশতে থাকি সবে ইন্দ্ৰ আদি দেৱগণে
অৰ্জ্জুনক প্ৰশংসন্ত ৰঙ্গে॥
নমো নমো নাৰায়ণ ভৱবন্ধ বিমোচন
ভাৰত শুনিয়ো মন কৰি।
কৃষ্ণৰ চৰণ সেৱি ৰচিলা কংসাৰি কবি
নিৰন্তৰে বোলা ৰাম হৰি॥ ১৯৮৫২

---

ভীষ্মাদিৰ সৈতে অৰ্জ্জুনৰ যুদ্ধ আৰু অৰ্জ্জুনৰ দ্বাৰা নিদ্ৰাবাণ ক্ষেপণ

পদ

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
দ্ৰোণ প্ৰতিমুখে ভঙ্গ দেখি কৌৰৱৰ॥
আগবাঢ়ি ভীষ্মে আসি ধাইলা অৰ্জ্জুনক।
কোপে দণ্ড ধৰি যেন যম কালান্তক॥ ১৯৮৫৩
শক্ৰচাপ সম ধনু কৰিয়া টঙ্কাৰ।
মেঘৰ গৰ্জ্জন যেন শুনি চমৎকাৰ॥
পাচ হুই ৰথ ৰাখি দুৰ্য্যোধন ৰাজা।
বোলে চেৰটিয়া সবে উলটাও প্ৰজা॥ ১৯৮৫৪
বিদুৰতে ভীষ্মে আসি দেখি অৰ্জ্জুনক।
আঠ শৰে ভেদিলন্ত বানৰধ্বজক॥
কুৰি শৰে অৰ্জ্জুনৰ ভেদিলা হৃদয়।
দেখি কুৰুবলে সবে বোলে জয় জয়॥ ১৯৮৫৫
জ্বলিলা অৰ্জ্জুন বীৰ অগ্নি সম বৰ।
ভীষ্মক শতেক শৰে ভেদিল পাণ্ডৱ॥
দশ শৰে ৰথৰ ভেদিলা ধ্বজ গোট।
সাৰথিকো সাত শৰে বিন্ধে বৰ চোট॥ ১৯৮৫৬
বানৰৰ ধ্বজ গোটে ফুৰাই লাঞ্জ তাৰ।
ভীষ্মৰ ধ্বজক চাই গৰ্জ্জিলা আপাৰ॥
পাচে দিব্য অস্ত্ৰ যুদ্ধ ভৈল দুই হন্তৰ।
অন্তৰি কৌৰৱী সেনা চাহৱে সমৰ॥ ১৯৮৫৭
দুয়ো মহা বলৱন্ত বীৰ ধনুৰ্দ্ধৰ।
দুয়ো মহা পৰাক্ৰমী ইন্দ্ৰ সমসৰ॥
দুয়ো মহা বলৱন্ত সমৰে নিপুণ।
কুৰুবেশে ভীষ্ম বৃদ্ধ তৰুণ অৰ্জ্জুন॥ ১৯৮৫৮
চাহিবে নোৱাৰি দুইকো দেখি বিপৰীত।
যুগান্ত কালত যেন দুগোটা আদিত্য॥
পৃথিৱী মণ্ডলে দুইকো নাহি পটন্তৰ।
অদভুত যুদ্ধ দুইৰো ভৈল ভয়ঙ্কৰ॥ '৮৫৯
যেন যুদ্ধ ভৈল পূৰ্ব্বে বলি বাসৱৰ।
অন্ধাসুৰে সমে যেন যুজিলা শঙ্কৰ॥
ৰাম ৰাৱণৰ যেন মিলিল সমৰ।
সেহিমত যুদ্ধ ভৈল ভীষ্ম অৰ্জ্জুনৰ॥ ১৯৮৬০
ইন্দ্ৰ যম কুবেৰ বায়ব্য দিব্য অস্ত্ৰ।
অগনি বৰুণ বাণ দুইহন্তো মাৰন্ত॥
দুইকো দুই ব্ৰহ্ম অস্ত্ৰ কৰন্ত প্ৰহাৰ।
প্ৰলয়ৰ অগ্নি সম দেখি চমৎকাৰ॥ ১৯৮৬১
নিৰ্ঘাত শবদ সম শুনি ঘনে ঘন।
সচকিত জীৱজন্তু কাম্পে ত্ৰিভুৱন॥
খলকিল নদী নদ গিৰি সব লৰি।
ভয়ে সৰ্পে দশে কুৰি ভৈল জৰাজৰি॥ ১৯৮৬২
পলাই পশু পক্ষী বন ছাৰিয়া পৰ্ব্বত।
ডৰৈ জলজন্তু পশৈ গহীন জলত॥
অস্ত্ৰে শস্ত্ৰে দুইহন্তক নিবাৰন্ত দুই।
আকাশে পৰশে গৈস্না অগ্নি বাজ হুই॥ ১৯৮৬৩

অস্ত্রে শস্ত্রে দুইহন্তৰো মুছুইলেক অঙ্গ।
আকাশে নেখেলৈ বায়ু নচলে বিহঙ্গ ॥
ত্রিদশ দেৱতা সবে দেখি ভৈলা ৰঙ্গ।
কাৰো জয় নাই তাত কাৰো নাই ভঙ্গ ॥ ১৯৮৬৪
গুৰু দ্রোণ আদি কৰি যত কুৰুবলে।
ভীষ্মক প্রশংসা কৰিলেক কুতূহলে ॥
অৰ্জ্জুনক সম কোন ত্রৈলোক্য গোচৰে।
একে শ্রীহৰি আৰ শঙ্কৰত পৰে ॥ ১৯৮৬৫
মহাবল পৰাক্রম বয়সে তৰুণ।
দৃঢ়মুঠি লঘুহস্ত দুৰ্জ্জয় অৰ্জ্জুন ॥
বৃদ্ধ হুই ভীষ্মে তাঙ্ক কৰন্ত সমৰ।
সাধু সাধু ভীষ্ম সম নাহি ধনুৰ্দ্ধৰ ॥ ১৯৮৬৬
ভীষ্মক কৌৰৱে যেৱে প্রশংসিল হেন।
ইন্দ্রত গন্ধৰ্ব্ব ৰাজা কহে চিত্রসেন ॥
দেখা দেখা প্রভু যুদ্ধ ভীষ্ম অৰ্জ্জুনৰ।
দেৱতাৰ অস্ত্র সবে ভৈল মানুষৰ ॥ ১৯৮৬৭
দাৰুণ সমৰে দুইৰ দেখা সমাগম।
মানুষৰ নুই হেন অদভুত কৰ্ম্ম ॥
ত্রিভুৱনে নাই হেন দুহান সদৃশ।
ৰাম ৰাৱণৰ সম দুৰ্জ্জয় মুনিষ ॥ ১৯৮৬৮
সিদ্ধ মুনি বিদ্যাধৰ গন্ধৰ্ব্ব কিন্নৰ।
যতেক আছিলা সব যক্ষ নিশাচৰ ॥
ইন্দ্র আদি দেৱগণে সবে প্রশংসিল।
দুই হানো মাথাতে সবে পুষ্প বৰিষিল ॥ ১৯৮৬৯
দিব্য অস্ত্র ভঙ্গ জয় নভৈল তহিত।
পুনৰপি শৰযুদ্ধ ভৈল বিপৰীত ॥
খৰ খুৰ ত্রিকণ্টিক ভগ্ন-বৎসদন্ত।
সৰ্পমুখ শিলীমুখ দুহন্তে মাৰন্ত ॥ ১৯৮৭০
অৰ্দ্ধচন্দ্র কনিয়াল নৰাচ বিপাট।
দুইৰো শৰে ছানিলেক মৰুতৰ বাট ॥
নাকলিয় ছত্র চিহ্ন দুইহান্তৰো ৰথ।
বাৰিষাৰ মেঘে যেন ঢাকিলে পৰ্ব্বত ॥ ১৯৮৭১
সুবৰ্ণ পুংখিয়া শৰ জাকে জাকে চলে।
অগনি কণিকা যেন যোকাৰে নিকলে ॥
বিজুলী চমক যেন চিকমিক কান্তি।
আকাশে সঞ্চৰৈ যেন ৰাজহংস পান্তি ॥ ১৯৮৭২
সহস্র অযুত শত কৰন্ত প্রহাৰ।
দুইৰো শৰে দশোদিশ ভৈল অন্ধকাৰ ॥
সেহি বেলা ভীষ্মে ছিদ্র পাইয়া অৰ্জ্জুনৰ।
বামভাগে হিয়াত ভেদিলা সাত শৰ ॥ ১৯৮৭৩
ৰুধিৰ বহৰৈ দেহা কাম্পে থৰ থৰ।
ক্ষেণেকে চেতন পাইলা চোট পায়া বৰ ॥
ক্রোধিলন্ত ধনঞ্জয় অগ্নিৰ সমান।
ক্ষুৰ শৰে ভীষ্মৰ কাটিলা ধনুখান ॥ ১৯৮৭৪
হৃদয়ত হানিলেক দশ শৰ ভল্ল।
কৱচ ভেদিয়া শৰগোট গৈল তল ॥
সাৰথিকো ভেদিল প্রচণ্ড তিনি বাণ।
বৰ ভাগ্যে জীল তাৰ নগৈল পৰাণ ॥ ১৯৮৭৫
কটা ধনু দেখি ভীষ্ম বৰ চোটে লাজ্জি।
আন ধনুখান আনি লৈলা গুণ মাজি ॥
অৰ্জ্জুনক লাগি শৰ মাৰিলা বহুত।
শৰ হানি পথতে কাটিলা কুন্তীসুত ॥ ১৯৮৭৬
কি কৰিবে ভীষ্ম আৰ নপাৰন্ত দিশ।
দেখি কুৰু সেনাত লাগিল উসমিস ॥
মহাকোপে ভীষ্মৰ কাম্পয় সবে তনু।
শৰ হানি অৰ্জ্জুনে কাটিলা সিটো ধনু ॥ ১৯৮৭৭
ধৱল ছত্রেক আছে ভীষ্মৰ সুচান্দ।
আকাশে প্রকাশে যেন পূৰ্ণিমাৰ চান্দ ॥
কুন্তীৰ তনয় বীৰ সমৰে প্রচণ্ড।
শৰ হানি তাহাকো কৰিলা খণ্ড খণ্ড ॥ ১৯৮৭৮
দশ গোটা শৰ আৰ গুণত চৰাইল।
গৃধ্রপত্রে চাই আছে প্রবন্ধে শনাইল ॥
অগনিৰ শিখা সম দেখি লাগে ভৰ।
বাসুকি সদৃশ মুখ ক্ষুৰ পটন্তৰ ॥ ১৯৮৭৯
কৰ্ণমানে ধনু টানি প্রহাৰিলা টানে।
ভীষ্মৰ হিয়াত পৰি পশিল সন্ধানে ॥
দশ গোটা সৰ্প যেন পশিলা গৰ্ত্তত।
মূৰ্চ্ছা গৈয়া ভীষ্ম ঢলি পৰিলা ৰথত ॥ ১৯৮৮০

সাৰথিয়ে দেখৈ ভীষ্ম মৃতক পৰায়।
বায়ুবেগে ৰথখান নিলে পলুৱাই ॥
চক্ষু ফুৰাই অৰ্জ্জুনে তহিতে নেদেখন্ত।
সৈন্যৰ মাজক নিল দণ্ড দুইৰ পথ ॥ ১৯৮৮১
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
কৈয়ো কথা পাচে যেন ভৈল ৰঙ্গময় ॥
ভীষ্ম পলাইলা দেখি কৌৰৱী সেনাত।
কেহো দুৰাদুৰি গৈয়া উঠিল পৰ্ব্বত ॥ ১৯৮৮২
কতো হস্তী ঘোঁৰা মৰা শৰৰ মাজত।
পৰি পৰি আছে মৰা শৰ যেনমত ॥
কতো বৃক্ষলতাৰ সান্ধিত হোৱে আৰ।
ধীৰে পাৱ কাঢ়ে যেন নুশুনয় সাৰ ॥ ১৯৮৮৩
খেৰগাছ লৰে যদি বোলে শুন শুন।
হেৰ বুলিলেক বাপ পাইলেক অৰ্জ্জুন ॥
কতো শ্ৰুতি নাহিকয় দুই চক্ষু মুদি।
মুণ্ড গোট লুকাই থাকে সবে গাৱ উদি ॥১৯৮৮৪
বিমুকুত কেশে কেহো পৃথিৱীত পৰি।
সান্থুৰি ফুৰয় কতো দুই হাত ভৰি ॥
হেন দেখি আগবাঢ়ি ৰাজা দুৰ্য্যোধনে।
ধনু ধৰি অৰ্জ্জুনক ধাইলা কোপমনে ॥ ১৯৮৮৫
কৰ্ণমানে ধনু টানি ভল্ল একপাট।
বৰ চোটে অৰ্জ্জুনৰ ভেদিল ললাট ॥
শৰে ফুটি অৰ্জ্জুন জ্বলিল অগ্নি সম।
নৃপতিক ধাইলা যেন কালান্তক যম ॥ ১৯৮৮৬
বাসুকি সদৃশ শৰ মাৰিলা বিস্তৰ।
পাচে দুইৰো ঘোৰ যুদ্ধ লাগিল ডাঙ্গৰ ॥
দুয়ো মহা তৰুণ দাৰুণ বলৱন্ত।
দুয়ো কুৰু পাণ্ডৱ মহন্ত যশৱন্ত ॥ ১৯৮৮৭
খৰ ক্ষুৰ ভল্ল দুয়ো ভেদিল নৰাচে।
অদভুত যুদ্ধ দুইৰো সবে চাহি আছে ॥
হেন দেখি ধৃতৰাষ্ট্ৰতনয় বিকৰ্ণে।
মহামত্ত হস্তীগোটে চৰি তেতিক্ষণে ॥ ১৯৮৮৮
চাৰি মহাৰথী সমে গজপাদ ৰক্ষা।
অৰ্জ্জুনক ধাইল কুৰুনৃপতিৰ সখা ॥
অৰ্জ্জুনে দেখন্ত মোক যুদ্ধক প্ৰবন্ধে।
খেদি আসৈ বিকৰ্ণ প্ৰচণ্ড হস্তীস্কন্ধে ॥ ১৯৮৮৯
দৃঢ়তৰ শৰপাট লৈল কঙ্ক পুংখ।
লহ লহ কৰে যেন তক্ষকৰ মুখ ॥
কৰ্ণমানে ধনু টানি কৰিলা প্ৰহাৰ।
গজকুম্ভ ভেদি শৰ ভৈল পাথিয়াৰ ॥ ১৯৮৯০
ঐৰাৱত কুলে জাত ময়মত্ত দন্ত।
কুমুদ অঞ্জন সম মহা বলৱন্ত ॥
কুৰুনৃপতিক পাই হস্তী আগুৱান।
হস্তিনী শতেক যাৰ আগত যোগান ॥ ১৯৮৯১
যাৰ গন্ধে হস্তীযূথ বিপক্ষ ৰাজাৰ।
ৰণ এৰি পলাই সবে ভাঙ্গি পটোৱাৰ ॥
অৰ্জ্জুনৰ বজ্ৰ সম পাইয়া শৰ চোট।
ফুৰি ফুৰি ভূমিত পৰিল হস্তীগোট ॥ ১৯৮৯২
বহৰৈ ৰুধিৰ তাৰ কুম্ভস্থল ভেদি।
পৰ্ব্বতৰ হস্তে যেন বহি যাই নদী ॥
বজ্ৰে হত ভৈল যেন পৰ্ব্বত শিখৰ।
দিগ্‌গজৰ সম হস্তী গৈল যমঘৰ ॥ ১৯৮৯৩
ডেৱ দিয়া বিকৰ্ণ ভূমিত ভৈলা থিৰ।
হাঞ্চুতি ঘামিল দেহা উৰি গৈল জীৱ ॥
লৱৰ দিলেক বিবিংশতি ৰথে চৰি।
আথেবেথে দুয়ো পলাই গৈলেক অন্তৰি ॥ '৯৪
গজপাদ ৰক্ষা যিবা ভৈলাহা বিৰথী।
সিয়ো ডৰে পলাইল পৰিল বুলি হস্তী ॥
অৰ্জ্জুনৰ গাণ্ডীৱৰ পাইয়া শৰজাক।
মহাৰথীগণ সবে এৰিল ৰাজাক ॥ ১৯৮৯৫
পলাইল বিকৰ্ণ যেৱে পৰিল মাতঙ্গ।
অৱশেষ সেনামানে দেখি দিলে ভঙ্গ ॥
তাত পাচে দুৰ্য্যোধন ৰাজাক অৰ্জ্জুন।
আকৰ্ণ পূৰিয়া কোপে টানি ধনুগুণ ॥ ১৯৮৯৬
হৃদয়ত এক শৰ ভেদিল নৰাচ।
কৱচ ভেদিয়া বজাইলা পিঠিপাচ ॥
দাৰুণ প্ৰহাৰে ৰাজা কাম্পে ঘনে ঘন।
চলো পলো কৰে দেহা হৰিল চেতন ॥ ১৯৮৯৭

মহাভঙ্গে পলাই বীৰ কৌৰৱনৃপতি।
নাকে মুখে ৰুধিৰ কৰন্তে যাই বান্তি ॥
হেন দেখি হাসি তাক বীৰত্ব বচনে।
আশেষ বিকৰ্থি নিন্দি বুলিলা অৰ্জ্জুনে ॥ ১৯৮৯৮
শুন অৰে দুৰাচাৰ কুৰু-কুলাধম।
ৰণ এৰি পলাৱ ক্ষত্ৰিয়ৰ কোন কৰ্ম্ম ॥
কৈক গৈল ৰাজা তোৰ ঐশ্বৰ্য্য প্ৰচণ্ড।
আজি কিয় লগে নাই তোৰ বাদ্যভণ্ড ॥ ১৯৮৯৯
নিচিনস যেৱে মোক চিনাওঁ তেৱে শুন।
যুধিষ্ঠিৰ ৰাজা ভাই মইতো অৰ্জ্জুন ॥
যত নিন্দা বিকৰ্থনা কৰিলি পূৰ্ব্বত।
সিসব কাহিনী কিয় নপৰে মনত ॥ ১৯৯০০
মই আজি সাজি আসি আছো সেই কাজে।
নুযুজি পাপিষ্ঠ তই পলা কোন লাজে ॥
জগতে প্ৰখ্যাত তোক বোলে দুৰ্য্যোধন।
দুখে সন্তে কেহো তোক নযায় যুজন ॥ ১৯৯০১
কদাচিতো ভঙ্গ তোৰ নুহিব সংগ্ৰাম।
তেৱেসে উচিত এই দুৰ্য্যোধন নাম ॥
সিংহৰ আক্ৰান্ত যেন পুষ্পৰ পতন।
ধিকাছোক মিছা তোৰ নাম দুৰ্য্যোধন ॥ ১৯৯০২
সবে যশ কীৰ্ত্তি নাম কৰিয়া বিনাশ।
ৰণ এৰি দুৰাচাৰ কিসক পলাস ॥
তেত্ৰয় বৎসৰ দুখ দিলি যত যত।
এবে কৈক যাইবি দুষ্ট মোহোৰ হাতত ॥ '৯০৩
গুণি চাৱা মনে ৰাজা এ তিনিভুৱনে।
পলালে বা ৰাজা তোক ৰাখিবেক কোনে ॥
স্বৰ্গক যাৱস যেৱে বিচাৰি আনিবো।
পাতালে পলাস সাতো পাতালে ফুৰিবো ॥'৯০৪
সাগৰত বুৰ দেস মৰিবাক ডৰে।
তহিতো নেৰাইবি খেদি নিবে মোৰ শৰে ॥
বৈশম্পায়ন বদন্তি শুনিয়ো জন্মেজয়।
শৰাঘাতে জৰ্জ্জৰিত নসহে হৃদয় ॥ ১৯৯০৫
অৰ্জ্জুনৰ নিন্দা বাণী শুনি কুৰুৰায়।
পালটিল হস্তী যেন অঙ্কুশৰ ঘাই ॥
সৰ্পৰ লাঞ্জত যেন পাৱে দিল লাথি।
মহাক্ৰোধে বহ্নি সম জ্বলি গৈল আতি ॥ ১৯৯০৬
ধনু ধৰি অৰ্জ্জুনক যুজিবাক সাজ।
প্ৰমত্ত হস্তীক যেন ধাইল মত্ত গজ ॥
হেন দেখি ভীষ্ম দ্ৰোণ অশ্বত্থামা কৰ্ণ।
শকুনি বিকৰ্ণ দুঃশাসন চিত্ৰসেন ॥ ১৯৯০৭
দুঃসহ দুৰ্ম্মুখ জয় বিবিংশতি কৃপে।
ৰাজাৰ লগত সবে ধাইল এক চিপে ॥
দিব্য অস্ত্ৰ অৰ্জ্জুনক অনেক মাৰিল।
পৰ্ব্বতক ঢাকি যেন মেঘে বৰিষিল ॥ ১৯৯০৮
ধনু ধৰি ধনঞ্জয় অস্ত্ৰৰ প্ৰভাৱে।
যেন মহা মেঘদল উৰুৱাইল বাৱে ॥
অস্ত্ৰে অস্ত্ৰ হানি ছন্ন কৰিল সমস্ত।
পাচে ইন্দ্ৰ অস্ত্ৰ আনি চৰাইলা গুণত ॥ ১৯৯০৯
ত্ৰিভুৱনে চমৎকাৰ কাম্পে যাৰ নামে।
ইন্দ্ৰে তাক জানন্ত জানিলে শ্ৰীৰামে ॥
দেৱাসুৰ নাগ যক্ষ ৰাক্ষস মানৱে।
তিনিয়ো লোকত আৰ নজানয় কেৱে ॥ ১৯৯১০
দায়াতৰে অৰ্জ্জুনক গোপ্যে দিলে ইন্দ্ৰে।
নিবাৰন্ত নাহি তাক আনৰ প্ৰবন্ধে ॥
প্ৰলয় অগনি যেন জ্বলে চমৎকাৰ।
দেখি জীৱ উৰি গৈল কৌৰৱী সেনাৰ ॥ ১৯৯১১
মহাৰথী সবাৰো কম্পিয়া গৈল বুক।
কাংস পৰি জিম গৈল ভৈলেক নিচুক ॥
মন্ত্ৰ পঢ়ি অৰ্জ্জুনে ধনুৰ গুণ টানি।
প্ৰহাৰিলা নিদ্ৰাবাণ কৌৰৱক ছানি ॥ ১৯৯১২
দেৱদত্ত শঙ্খগোট বাইলেক পাণ্ডৱে।
কম্পি গৈল হৃদয় সবাৰো শঙ্খৰাৱে ॥
কৰ্ণ কৃপ অশ্বত্থামা ৰাজা দুৰ্য্যোধন।
গুৰু দ্ৰোণ মুখ্যে সবে কুৰুসেনাগণ ॥ ১৯৯১৩
ৰথী ৰথ সাৰথি নৃপতি ৰাজসুত।
হস্তী ঘোৰা পৰিলন্ত বাহুত মাহুত ॥
নিদ্ৰাবাণে পৰিলেক হৰিল গিয়ান।
পৰিল হাতৰ ধনু অস্ত্ৰ তুণ বাণ ॥ ১৯৯১৪

যিবা যৈত যেনমতে আছিল তহিত।
নিদ্ৰা গৈয়া অচেতনে পৰিল ভূমিত ॥
শুনা সভাসদ ভাৰতৰ কথা যত।
নকৰিয়ো বৃথা চিত্ত শুনিয়ো সতত ॥ ১৯৯১৫
বোলন্ত কংসাৰি সবে এৰা আন কাম।
পাপৰ প্ৰলয় ছাৰা বোলা ৰাম ৰাম ॥ ১৯৯১৬

---

## ছবি

উত্তৰৰ দ্বাৰা কুৰুবীৰগণৰ বস্ত্ৰহৰণ আৰু গৰুপাল
সহ পুনৰ বিৰাট নগৰলৈ উভতি যাত্ৰা

ৰথৰ উপৰে বসি অৰ্জ্জুনে চাহন্ত হাসি
মূৰ্চ্ছা গৈলা কুৰুসেনাগণ।
উত্তৰক বুলিলন্ত উত্তৰাক লাগি আৰে
বাছি বাছি কাঢ়ি লৌ বসন ॥
কৰ্ণ কৃপ দুৰ্য্যোধন অশ্বত্থামা গুৰু দ্ৰোণ
সবে নিদ্ৰা গৈল দিব্যবাণে।
ভীষ্মৰ পাশক তই নাযাবি বুলিলো মই
তেহে কিছো আছয় চেতনে ॥১৯৯১৭
অৰ্জ্জুনৰ বাণী শুনি উত্তৰে ৰথৰ নামি
ত্বৰিতে গৈলেক আগবাঢ়ি।
কুৰুসেনা সাগৰত নিৰ্ভয়ে পশিলা তাত
সবাৰে বসন লৈলা কাঢ়ি ॥
প্ৰথমতে কৰ্ণৰ যে পীতবস্ত্ৰ কঙ্কালৰ
আজুৰি লৈলেক বগৰাই।
মৃতক প্ৰাণীৰ যেন নাহিকৈ চেতন জ্ঞান
কেৱলে থৈলেক উদিয়াই ॥ ১৯৯১৮
পাচে দুৰ্য্যোধন গই নীলবস্ত্ৰ কাঢ়ি লৈয়া
কঙ্কালত মেৰাইলেক আনি।
অঙ্গ উদি কৰি তান উপালন্ত কৰি আৰো
গলত আৰিল ফটাকানি ॥
অশ্বত্থামা বীৰৰো যে বসন লৈলন্ত খসাই
চাই চাই হাসন্ত অৰ্জ্জুন।
দ্ৰোণৰ কৃপৰ দুইৰ শুক্ল বস্ত্ৰ আনিলেক
কেৱলে থাকিল নৰগুণ ॥ ১৯৯১৯

দুঃশাসন দুঃসহৰ বিবিংশতি বিকৰ্ণৰ
আনো মুখ্য কৌৰৱৰ যত।
দুৰ্জ্জয় দুৰ্ম্মুখ বীৰ চিত্ৰসেন শকুনিৰ
সবাহাৰে কাঢ়ি লৈলা বস্ত্ৰ ॥
যতেক পাৰিল মানে হাতে কাখে কঙ্কালত
কতো গাটি বান্ধি লৈলা গাৱে।
নানা চিত্ৰ বস্ত্ৰ লই অৰ্জ্জুনৰ সমীপক
আতি শাস্ত্ৰবেগে পাচে ধাৱে॥১৯৯২০
ৰথবৃন্দ চৰাই গই অৰ্জ্জুন আছন্ত ৰই
কৌৰৱত হুই ৰণজিত।
কালমেঘ ফুটি গই সহস্ৰ কিৰণ যেন
প্ৰকাশন্ত প্ৰচণ্ড আদিত্য ॥
ক্ষণেকে চেতন পাই দুৰ্য্যোধন কুৰুৰায়
অৰ্জ্জুনক নেদেখিলা চাই।
দশন চোবায়া কোপে আগ পাচ নিহালয়
কাহাৰো গাৰত বস্ত্ৰ নাই ॥ ১৯৯২১
আথেবেথে বস্ত্ৰ পিন্ধি আশেষ বুলিলা নিন্দি
ক্ৰোধে চাই ভীষ্মৰ ভীতিক।
তুমি ৰঙ্গে আছা চাই অৰ্জ্জুন পলাইয়া যাই
আগভেন্টি নাৰাখিলা কিক ॥
জানিলোহো পিতামহ কপটেসে প্ৰবৰ্ত্তস
এৰিলাহা ক্ষত্ৰিয় ধৰ্ম্মক।
তুমি হেন বীৰে আজি নমাৰি পঠাইলা কিয়
মোৰ মূল বৈৰ অৰ্জ্জুনক ॥ ১৯৯২২
হেন বুলি দুৰ্য্যোধন কোপে জ্বলে হুতাশন
হাতে ধনু মাজি লৈলা গুণ।
সাৰথিক বোলৈ অৰে ৰথখান বায়ো জাল্টে
গৰু লৈয়া পলাইলা অৰ্জ্জুন ॥ ১৯৯২৩

## জুলড়ী

দুৰ্য্যোধনক ভীষ্মৰ সান্ত্বনা আৰু নিজৰাজ্যলৈ
উভতি যোৱাৰ উপদেশ

চল নগৰক এৰ সমৰক
মত্ত সিংহ নজাগোক।

নকৰা ফৰিঙ্গা অগনিত ত্ৰাস
গৰু লই অৰ্জ্জুন যাওক ॥
পাৰি সহ যুদ্ধ খানিতেক ৰহ
পাণ্ডৱে নেৰিবে ৰাজ্য ।
বিমৰিষি গই পাত্ৰগণ সমে
যত লাগে মানে সাজ ॥ ১৯৯২৪
তেহ্রয় বৎসৰ উদাস পাণ্ডৱ
সেই হুইবে তোৰ বাঘ ।
খেদি যাইবে তোৰ নলাগৈ দূৰক
অৰ্জ্জুনক পাইবি লাগ ॥
ভীষ্মৰ বচন শুনি দুৰ্য্যোধন
নিদিলে কিছো সিদ্ধান্ত ।
কৰ্ণক যে চাই জানি অভিপ্ৰায়
লাজে চপৰাইলা মাথ ॥ ১৯৯২৫
পাত্ৰগণে যুজি বলাবল বুজি
বুলিল সবে ৰাজাত ।
অৰ্জ্জুন অগ্নিক নোজোকাইবা আৰ
ক্ষমা কৰা নৰনাথ ॥
অসংখ্যাত সেনা ৰণত পৰিল
পলাইল কতো দূৰক ।
পুনৰপি যুজি সবাকো নমাৰা
চলা যাওঁ নগৰক ॥ ১৯৯২৬
থাকা পিতামহ আমি খেদি যাওঁ
গৰু নেই পালটাই ।
দুৰ্য্যোধন-বাক্য শুনি ভীষ্মে বোলে
এবা ৰাজা মিছা টাই ॥
ইসব বচন হুই শুই ৰাজা
চাহিয়ো মনত গুণি ।
কটিৰ বসন লঙ্গটাই নিলে
লোকে হাসিবেক শুনি ॥১৯৯২৭
এহি বল দৰ্প কহিত আছিল
এবা মিছা কটাইটাই ।
নাহি তোৰ লাজ পৰি সাম্ৰাজ
আছা প্ৰকৃতি হুকৰাই ॥

গুৰু দ্ৰোণে হিত আশেষ বুলিল
নুশুনিলি বচনক ।
তথাপি অনেক সেনাক মৰাইলি
যুদ্ধ কৰি অৰ্জ্জুনক ॥ ১৯৯২৮
ঘিণেসে সবাক নমাৰি গৈলেক
মুণ্ড লই দেৱ পূজ ।
এভো হেন কৰ মিছাত নমৰ
অৰ্জ্জুনক এৰ যুজ ॥
তই হেন এক লক্ষ অৰ্জ্জুনক
যুজিয়া কৰিবি কিক ।
তুমি আমি সমে সবে জৰ্জ্জৰিত
নচলৈ পাৰ আগক ॥ ১৯৯২৯
আউৰ কোন বীৰে যুজিবেক ঘোৰ
যমকাল অৰ্জ্জুনক ।
হেন জানি ৰাজা চল নগৰক
ৰাখিয়া তই মানক ॥
ভীষ্মৰ বচন শুনি ৰাজা বোলে
বুজিয়ো সবাৰে আশ ।
মনত আসুখে লাজে অধোমুখে
তেজিল হুম নিশ্বাস ॥ ১৯৯৩০
আপুনিয়ে যুজি অৰ্জ্জুনক হস্তে
পাইবা বৰ পৰাভৱ ।
নিশানত কোবে সৈন্য পালটাই
চলিলা ৰাজা কৌৰৱ ॥
বৰ লাজ পাইলা যুদ্ধে নোৱাৰিলা
মনে বৰ অপমানে ।
চলে নগৰক ৰাজা দুৰ্য্যোধন
সঙ্গে যত বীৰমানে ॥ ১৯৯৩১

কুৰুবীৰগণক অৰ্জ্জুনৰ সম্মান

ছবি

কতো দূৰ মান সবে কুৰুবল যাই যেৰে
উত্তৰক বুলিল অৰ্জ্জুনে ।
গুৰু গৌৰৱত মবে অনিষ্ট চিন্তিলো যত
ঘোৰ যুদ্ধ তোহোৰ কাৰণে ॥

কতো মামা খুড়া ভাই পিতামহ ভতিজাই
দেখি দেহা নসহয় শোকে।
ৰথখান পালটাওঁ সম্ভাষণ কৰি আসো
জ্ঞাতিবৰ্গে শাপিবেক মোকে ॥১৯৯৩২
অৰ্জ্জুনৰ শুনি বাণী উত্তৰেও অনুমানি
বায়ুবেগে ডাকিলে ৰথক।
ৰথৰ কিঙ্কিণী ধ্বনি চকিত কৌৰৱে শুনি
পুনৰপি লাগিল উচঙ্ক ॥
অৰ্জ্জুনে আশ্বাস বুলি দক্ষিণ হাতক তুলি
সৈন্যক কৰিলে সবে থিৰ।
তথাপি তিনিৰ ডব মুগুচিল হৃদয়ৰ
কর্ণ দুৰ্য্যোধন শকুনিৰ ॥ ১৯৯৩৩
গিয়াতিবৰ্গক সবে অৱনত ভাৱে গৈয়া
প্ৰদক্ষিণ কৰিলা অৰ্জ্জুনে।
বিনয় প্ৰকাৰে নতি কৰিলা অনেক স্তুতি
আশেষ বুলিলা সকৰুণে ॥
ভীষ্ম গুৰু দ্ৰোণক যে আৰো কৃপ অশ্বত্থামা
আনো কুৰু বৃদ্ধ মান্য যত।
বিচিত্ৰ শৰক হানি শ্ৰেষ্ঠ গৰিষ্ঠ মানি
প্ৰণামিলা সবাৰো পাৱত॥ ১৯৯৩৪
কাহাকো সাদৰ ভাৱে নয়ন আনন্দে চায়া
কাহাকো প্ৰশংসা কৰি হাসি।
আনো সব বন্ধু যত সবাৰো তুষিল মন
বচন যে অমৃত বৰিষি ॥
দণ্ড দুইৰ পথ পাচে আগবঢ়াই থৈল নিয়া
কুটুম্বৰ বাৰ্ত্তা পুছি নিষ্টি।
উলটি আসন্তে পাচে দুৰ্য্যোধন নৃপতিৰ
শৰে হানি কাটিলা কিৰীটি ॥ ১৯৯৩৫
ধনুৰ টঙ্কাৰ কৰি পুৰিলন্ত সাতো স্বৰ্গ
কৌৰৱৰ জন্মিল ত্ৰাস।
বোলে ধনঞ্জয় বীৰ সম্প্ৰতি নগৰে যাস
পাচে তোৰ চিন্তিবো বিনাশ ॥
কিৰীটি ছিণ্ডিল ৰাজা মুণ্ড লই পলাই যাই
বোলৈ বৰ মিলিল অকাৰ্য্য।
দেখি ৰঙ্গে ভঙ্গি-ভাৱে ভাবুকি আটাস ৰাৱে
অৰ্জ্জুনৰ নাচৈ কপিধ্বজ ॥ ১৯৯৩৬
আকাশত থাকি আসি দেৱগণে যুদ্ধ চাই
সবে বৰ ভৈলন্ত সন্তোষ।
অৰ্জ্জুনৰ উপৰত পুষ্পবৃষ্টি কৰি তৈতে
কৌতুকে গৈলন্ত দিশাদিশ ॥
কামৰূপে অগ্ৰগণি শ্ৰীযশাচন্দ্ৰ খানি
গোপালৰ চৰণ সেৱন্ত।
গুণৱন্ত পুণ্যৱন্ত উদাৰ গম্ভীৰ সন্ত
যাৰ যশ জগতে কহন্ত ॥ ১৯৯৩৭
কায়স্থ কুমুদ বন কীৰাটে আপাতে ছন্ন
তেহো ভৈলা পালিত বান্ধৱ।
কৌঠ কায়স্থ বংশত আসি জন্ম লভিলন্ত
জয় জয় শ্ৰীমন্ত মাধৱ ॥
তাহান থানত ৰঙ্গে কায়স্থ কংসাৰি কবি
বিৰচিলা ভাৰত পয়াৰ।
শুনিয়োক নৰলোক সবাৰ মুকুতি হোক
হৰিকৃষ্ণ বোলা একবাৰ ॥ ১৯৯৩৮

পাণ্ডৱসকলৰ লগত বিৰাট ৰজাৰ পৰিচয় আৰু অভিমন্যু কুমাৰৰ বিবাহ

পদ

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
কৌৰৱত ৰণ জিনি পাণ্ডুৰ তনয় ॥
উত্তৰ সহিতে পাল লৈল ওলটাই।
চেখুৰে পালৰ বৎস উৰ্দ্ধমুখে যাই ॥ ১৯৯৩৯
ষাঠি যে হাজাৰ গৰু চলৈ একযুথে।
প্ৰমত্ত বৃষৰ নাদ শুনিয়া বহুতে ॥
কলী যে কামলী বগী চিতৰী পাৰলী।
কপিলী ৰাঙ্গলী বগী চন্দ্ৰী কাজলী ॥ ১৯৯৪০
শস্যপূৰ্ণ ভূমি বৰ্ণ সবে হৃষ্ট পুষ্ট।
পাল দেখি ধনঞ্জয় ভৈল বৰ তুষ্ট ॥
উত্তৰে সহিতে দুয়ো যাহন্তে ৰথত।
পুনৰপি সত্যক কৰাইয়া বুলিলন্ত ॥ ১৯৯৪১

অঙ্গীকাৰ পূৰি পাল আনি দিলো তোৰ।
আনত ইসব কথা নকহিবি মোৰ ॥
বৰিষেক গুপুতে আমাৰ পাঞ্চ ভাই।
অজ্ঞাত বাসৰে আছো সবে তোৰ ঠাই ॥ ১৯৯৪২
তইসি বুলিবি জিনিলোহো কৌৰৱক।
মইসে কিনিয়া সবে আনিলো পালক ॥
সাৰথি স্বৰূপে মই পুনৰপি যাওঁ।
ৰাজ্যত কহিবি এহি তোৰ যশ নাও ॥ ১৯৯৪৩
উত্তৰ বদতি যত কৰিলা আশক্য।
ইটো কৰ্ম্ম কৰিবাৰ মোৰ নাহি শক্য ॥
আছন্তোঁক মই মোৰ বাপ পিতামহে।
ভীষ্ম দ্ৰোণ কৰ্ণক যুজিবে কাৰ গৃহে ॥ ১৯৯৪৪
তথাপিতো হাত দিলা নকৈবো লোকত।
যাৱদেকে তুমি আগে নকৰা বেকত ॥
হেন যেৱে আলোচন ভৈল দুইৰ বোল।
নিমিষেকে পাইলা পাচে সমীধৰ কোল ॥ '৪৫
ৰথ হন্তে দুইহন্তো নামিলা সেহি থান।
দিব্য ৰথখান তৈতে ভৈলা অন্তৰ্দ্ধান ॥
সুবৰ্ণৰ ধ্বজগোট সমে ৰথ আছে।
উত্তৰৰ ৰথখান নমাই লৈলা পাচে ॥ ১৯৯৪৬
পিন্ধিলা বলয়া শাঙ্খা বৃহন্নলা বেশ।
কটিত মেখলা মাথে বেণীবদ্ধ কেশ ॥
শৰ ধনু কৱচ বৃক্ষত তুলি থৈল।
পুনৰপি অৰ্জ্জুন সাৰথি গৈয়া ভৈল ॥ ১৯৯৪৭
জ্যৈষ্ঠ যে মাসৰ দুই পৰ গৈল ভাটী।
প্ৰচণ্ড প্ৰতাপ বেলা ভৈল নৱঘটি ॥
তৃষায়ে পীড়িলে সবে হেম্বলাৱে গাই।
পিয়াসত চাৰি ঘোৰা আগক নযায় ॥ ১৯৯৪৮
হেন দেখি অৰ্জ্জুনে বুলিলা উত্তৰক।
জাণ্ট কৰি মাত তোৰ গোৱালবৰ্গক ॥
আগ দুই জন চাৰি নগৰক যাউক।
তোৰ যশ-কথাক যে ৰাজাক জনাউক ॥ ১৯৯৪৯
নপলায় গৰুসব ঐত্ত চৰাউক।
প্ৰয়াসিল চাৰি ঘোঁৰা ইয়ো পানী খাওক ॥

এহি কথা নগৰত জনায়ো সকালে।
ক্ষণিক বিশ্ৰাম আমি কৰোহো সকালে ॥ ১৯৯৫০
অৰ্জ্জুনৰ বোলে মৎস্যৰাজাৰ নন্দনে।
গোৱালসৱক ডাকি বুলিলা তেখনে ॥
যাহাৰ যতেক গৰু লেখি জুখি নিয়া।
পিয়াসে মৰন্তে আছে জাণ্টে পানী দিয়া ॥ '৫১
কহিবা জুগুতা জয়া জয়ন্ত জসোৱা।
আগ দুই তোৱা চাৰি নগৰক যাৱা ॥
মোৰ যশকথা সবে জাণ্টে কৈয়ো গই।
আমিসবো যাওঁ পাচে খানিক জিৰাই ॥ ১৯৯৫২
গৰু দেখি গোৱালে হৰিষ বৰ পাইল।
হৰাইবাৰ পাইল নিধি যেন মৰি আইল ॥
কুমাৰৰ আজ্ঞাবাণী কৰি শিৰোগত।
কতো ৰঙ্গে জনাইবাক গৈল নগৰত ॥ ১৯৯৫৩
জয় জয় প্ৰভু বুলি প্ৰণামি গোৱালে।
সমস্তে বৃত্তান্ত কথা কহিলা সকলে ॥
অৰ্জ্জুন সাৰথি হুয়া ডাকিলে ৰথক।
দণ্ড দুই জিৰায়া যে গৈলা নগৰক ॥ ১৯৯৫৪
চতুৰ্দ্দিশ বেড়ি সবে কতোদুৰ মান।
গোৱালসকলে ধৰে লগত যোগান ॥
কিল কিল হাসি আতি কৰে ধৰি ডাঙ্গ।
উত্তৰ গোগ্ৰাহ কথা এহিমানে সাঙ্গ ॥ ১৯৯৫৫
বোলন্ত কংসাৰি সবে শুনিয়ো ভাৰত।
পুৰুষ উদ্ধাৰ হুইবা সংসাৰ গৰ্ত্তত ॥
আয়ুঃ শ্ৰী যশ ধৰ্ম্ম বিভৱ প্ৰধান।
বোলা ৰাম ৰাম পাইবা বৈকুণ্ঠত থান ॥ ১৯৯৫৬
বৈশম্পায়ন মুনি জন্মেজয়ত কহন্ত।
জয় নমো হৰিপদে ৰচিবো ভাৰত ॥
অৰ্জ্জুনৰ কথা আৰে খানিক আছোক।
মৎস্যৰাজা যি কৰিলা তাক শুনিয়োক ॥ ১৯৯৫৭
দক্ষিণত মৎস্যৰাজা হুয়া ৰণজিত।
নগৰে আসিল চাৰি পাণ্ডৱে সহিত ॥
সুমঙ্গল কৰিয়া যে পৌৰ নাৰীগণে।
পদুলি পদুলি দীপ ঘট আলিম্পনে ॥ ১৯৯৫৮

সিংহাসনে ৰঙ্গে আসি বসিলে নৃপতি।
পাত্ৰ পুত্ৰ মন্ত্ৰীগণে বেঢ়ি চতুৰ্ভিতি ॥
যুধিষ্ঠিৰ ভীমসেন নকুল সহদেৱ।
চাৰিয়ো পাণ্ডৱে নৃপতিক কৰে সেৱ ॥ ১৯৯৫৯
ৰাজাক উপাসি আছে আতি বৰ স্নেহ।
ৰত্নময় অলঙ্কাৰে মণ্ডি আছে দেহ ॥
পাত্ৰ পুত্ৰ বীৰসব যতেক যুজাৰ।
সবাকে প্ৰসাদ ৰাজা দিলা অলঙ্কাৰ ॥ ১৯৯৬০
কুতুহলে ৰাজা যেৱে আছে সিংহাসনে।
কৰ্পূৰ তাম্বুল সাজি দেই কন্যাগণে ॥
মৃদু কৰি মাজে গাৱে শীতল চন্দনে।
কেহোজনী বিছে শ্বেত চামৰ ব্যজনে ॥ ১৯৯৬১
কেহোজনী সুবৰ্ণ ভৃঙ্গাৰ ধৰি আছে।
দেৱ অপেস্বৰা সম অলঙ্কাৰে কাছে ॥
উত্তৰ পুত্ৰক ৰাজা নেদেখি লগত।
কৌতুকে পুছিলা দেৱকন্যাসকলত ॥ ১৯৯৬২
ইহেন আনন্দ বেলা নেদেখো পুত্ৰক।
কোথা গৈল জাণ্টে মাতি আন কুমাৰক ॥
বাঢ়ি কন্যাগণে সবে কৰিলেক সেৱা।
আদেশ নৃপতি প্ৰভু বাৰ্ত্তা নতু পাৱা ॥ ১৯৯৬৩
প্ৰভাত সময়ে আসি গোৱালে জগাইল।
উত্তৰ দিশৰ হন্তে কুৰুবল আইল ॥
ষাঠি যে হাজাৰ গৰু পাল আছে যত।
কুৰুবলে লুড়ি হাৰি নিলেক সমস্ত ॥ ১৯৯৬৪
বৃহন্নলা সাৰথি সহিতে কৰি জয়।
তাক লাগি খেদি গৈলা তোমাৰ তনয় ॥
শুনি মৎস্যৰাজা শোকে চপৰাইলা মাথ।
সবল বৃক্ষত যেন পৰিল নিৰ্ঘাত ॥ ১৯৯৬৫
একেশ্বৰে কৌৰৱক খেদি গৈল বুলি।
পুত্ৰক সুমৰি চিত্ত কৰে গুলগুলি ॥
আকুল ভৈলেক শেল পশিল হিয়াত।
হা পুত্ৰ বুলি শোকে কান্দে নৰনাথ ॥ ১৯৯৬৬
শূন্য যে নগৰী বুলি থৈ গৈলো ঘৰত।
নাহিকে সাৰথি ৰথী পদাৰ্তি লগত ॥
একেশ্বৰে হেন কৰ্ম্ম কৰিলি দাৰুণ।
কতনো বৰ্ণাইবো বাপ তোৰ যত গুণ ॥ ১৯৯৬৭
গুণে গুণৱন্ত বাপ বয়সে কুমাৰ।
মৎস্যবংশে তোক সম নাহিকে আমাৰ ॥
ভীষ্ম কৃপ অশ্বত্থামা কৰ্ণ গুৰু দ্ৰোণ।
ত্ৰিভুৱনে কৌৰৱক সম আছে কোন ॥ ১৯৯৬৮
এৱে মই শৰীৰ ধৰিবো কেনমতে।
কুলক্ষণী মাৰে পঠাইলেক কেনমতে ॥
এহিমতে নৃপতি যে কৰন্ত সন্দেহ।
মোহোৰেসে বুৰিল আনৰ কোন স্নেহ ॥ ১৯৯৬৯
কৰ্ণ দুৰ্য্যোধন ৰাজা বীৰ আন আন।
বেঢ়িয়া মাৰিবে যেন হৰিণৰ প্ৰাণ ॥
অল্প বয়সত বাপু সুমৰণ থৈলে।
অগ্নিত ফৰিঙ্গা জাসে মৰিবাক গৈলে ॥ ১৯৯৭০
শয়নে ভোজনে গৃহে নাই কিছো সুখ।
কেনে প্ৰাণ ধৰিবো নেদেখি পুত্ৰমুখ ॥
হা হা বাপু উত্তৰ কুমাৰ পুত্ৰ মোৰ।
তোহোৰ কাৰণে প্ৰাণ নধৰিবো মোৰ ॥ ১৯৯৭১
ময়ো কালি ভাগ্যেসে নগৈলো যমলোকে।
তথাপি চক্ষুত ঘাৱ পাইলো পুত্ৰশোকে ॥
শুনা পাত্ৰলোক আৰে বচন আকলা।
কুমাৰক অনুকূলে ত্বৰা কৰি চলা ॥ ১৯৯৭২
চতুৰঙ্গ দলে সাজি চলা সেহি বাটে।
কুমাৰক বাৰ্ত্তা গৈ পঠায়োক জাণ্টে ॥
সুশৰ্ম্মাৰ পৰাভৱ শুনি কুৰুবলে।
আপুনি তোৰাক দেখি পলাইব সকলে ॥ ১৯৯৭৩
একেসে কাৰ্য্যত মোৰ মনত আবৃত্তি।
বৃহন্নলা গৈল শুনো পুত্ৰৰ সাৰথি ॥
কোন কণা বুদ্ধি দিল পুত্ৰ মোৰ ছোট।
সাৰথি পাইলেক ইটো নপুংসক গোট ॥ ১৯৯৭৪
স্ত্ৰী বা পুৰুষ একো নভৈল বৰ্ব্বৰ।
সংগ্ৰামৰ ধৰ্ম্মাধৰ্ম্ম নজানৈ পামৰ ॥
সেহি কি সাৰথি সমে কৰিবা সমৰ।
অনুমানে জানো বাপু নিজীৱে কুমাৰ ॥ ১৯৯৭৫

নেউক পাল গোৱালক একোৰে নলাগে।
কুমাৰৰক বাৰ্ত্তা লই পঠায়ো আগে॥
যুধিষ্ঠিৰে বোলে ৰাজা নকৰিবা ভয়।
অৱশ্যে তোমাৰ পুত্ৰ হৈবে ৰণজয়॥ ১৯৯৭৬
বৃহন্নলা ভৈল যাৰ ৰথৰ সহায়।
তিনিয়ো লোকত তাৰ কিছো শঙ্কা নাই॥
দেৱাসুৰ নাগ যক্ষ গন্ধৰ্ব্ব কিন্নৰ।
দানৱ মানৱ আৰ ৰক্ষ বিদ্যাধৰ॥ ১৯৯৭৭
তিনিয়ো লোকত যদি আসৈ সবে সাজি।
তথাপি কুমাৰে পাল জিনিবেক আজি॥
এত হন্তে দূতসব লৰৰন্তে পাইল।
কুমাৰৰ জয় বাৰ্ত্তা মন্ত্ৰীত জনাইল॥ ১৯৯৭৮
আগবাঢ়ি মন্ত্ৰী গই জুৰি দুই হাত।
দূতক দেখায়া কথা কহৰে ৰাজাত॥
শুনিয়োক প্ৰভুদেৱ ৰায় ৰাজেশ্বৰ।
কৌৰৱত ৰণজিত ভৈলন্ত কুমাৰ॥ ১৯৯৭৯
ষাঠি যে হাজাৰ গৰু আনি সবে পাল।
তব পুত্ৰে পঠাই দিলে আসিল গোৱাল॥
বৃহন্নলা সাৰথি সহিতে অব্যাহতে।
ৰণ জিনি দুয়ো বীৰ আসন্ত পাচতে॥ ১৯৯৮০
হেন শুনি যুধিষ্ঠিৰে বুলিলা ৰাজাত।
দেখা দেখা ৰাজা মোৰ বোলৰ সম্প্ৰাত॥
বাৰ্ত্তাৰ কুশল হেন শুনিয়োক হিত।
তব পুত্ৰ উত্তৰ ভৈলন্ত ৰণজিত॥ ১৯৯৮১
সসৈন্যে কৌৰৱ ভঙ্গ গৈল সমৰত।
কুমাৰে তোমাৰ পাল আনিল সমস্ত॥
ইসব কথাত ৰাজা সুবুলিবা দুই।
স্বৰূপে স্বৰূপে ৰাজা জানা ইটো হুই॥ ১৮৯৮২
যেতিক্ষণে বৃহন্নলা ভৈলেক সাৰথি।
অৱশ্যে তোমাৰ পুত্ৰে ভৈলেক জয়তি॥
পুত্ৰৰ বিজয় শুনি হৰিষ ৰাজাৰ।
দূতক প্ৰসাদ দিল বস্ত্ৰ অলঙ্কাৰ॥ ১৯৯৮৩
পাত্ৰসকলক চাইয়া কৰিলা আদেশ।
জাণ্টে কৰি নগৰক জনায়ো বিশেষ॥

কৌৰৱত ৰণজিত ভৈলা যে কুমাৰ।
আগবাঢ়ি নগৰক যাউক নাৰী-নৰ॥ ১৯৯৮৪
হাট বাট নগৰ কৰায়ো জাতিকাৰ।
পতাকা তোৰণে পথ ৰঞ্জিয়ো দুৱাৰ॥
পদুলি পদুলি দীপ-পাতোক যে ঘট।
নৃত্য গীত মঙ্গল কৰোক নটী নট॥ ১৯৯৮৫
পাত্ৰ পুত্ৰ মন্ত্ৰীসব মহাৰথী লোক।
ৰথে ধ্বজে গজে সাজি সবে চলিয়োক॥
উত্তৰা প্ৰমুখ্যে যাউক যত কন্যা আছে।
গন্ধে পুষ্পে শৰীৰক মণ্ডি দিব্য কাছে॥ ১৯৯৮৬
হাতে পুষ্প দূৰ্ব্বাক্ষত দিব্য ঘট লই।
আগবাঢ়ি কুমাৰক সবে আনা গই॥
পিতা পুত্ৰ আমি দুয়ো ভৈলো ৰণজয়।
ৰণচণ্ডী গোসানীক পূজিবে লাগয়॥ ১৯৯৮৭
মহিষ ছাগল বলি আনা দধি ঘৃত।
কালীদেৱী পূজন্তোক গুৰু পুৰোহিত॥
ৰূপৱতী নটী নট সমস্তো কাছোক।
ঝিঞ্জিৰি মহৰি বাই আগত নাচোক॥ ১৯৯৮৮
পঞ্চ শব্দ বাজাৰ সবাকে পঠাই দিল।
পাচে মৎস্যৰাজা ধৰ্ম্মৰাজাক মাতিল॥
আসা কঙ্ক বোলো তুমি আমি খেলো পাশ।
তুমি সমে পাশত সম্পজে উপহাস॥ ১৯৯৮৯
শুনিবাক পাৰা পাণ্ডৱৰ দুখ যত।
এহি পাশা খেলাত তাহাৰ ৰাজ্য হত॥
সেহি ধৰি আমাৰ পাশাত নাহি ৰুচি।
পাশা খেলি দোষাদোষ আমাসাত পুছি॥ '৯০
যুধিষ্ঠিৰে বোলন্ত শুনিয়ো মৎস্যৰায়।
অনুচিত পাশা খেলিবাক সুযুৱাই॥
অত্যন্ত বিৰোধ পাশ-আতি কুলক্ষণ।
আজ্ঞাক তোমাৰ মাত্ৰ পালো কতোক্ষণ॥ '৯১
মৎস্যে বোলে পাশা খেলো কিছো দোষ নাই।
বিৰাটৰ বাক্যে পাশা খেলে ধৰ্ম্মৰায়॥
দুইহান্তে খেলন্ত পাশ বেৰকৰ আৰ।
পাচে মৎস্যে বোলে কিবো কুপুত্ৰ সবাৰ॥'৯২

পৃথিৱীত কৌৰৱক ধনুৰ্দ্ধৰ গণি।
তাক দেখি কুমাৰ আসিল ৰণ জিনি ॥
ছয় মহাৰথীক যে দেৱেয়ো নোৱাৰি।
তেহো সবে সাজি আসি গৈলা ৰণ হাৰি ॥ '৯৩
যুধিষ্ঠিৰে বোলন্ত যে নাহিক সংশয়।
আগতে কহিলো কুমাৰৰ ৰণ জয় ॥
যেতিক্ষণে সাৰথি ভৈলেক বৃহন্নলা।
তেতিক্ষণে জয় ভৈল তুমিসে নাকলা ॥ ১৯৯৯৪
বাৰে বাৰে ব্ৰাহ্মণে তাহাৰ গুণ কহে।
কতেক ক্ষেমিবো মোৰ শৰীৰ নসহে ॥
ইবেলি ক্ষেমিলো দোষ তোহোৰ কাৰণে।
যেবে যিবা হেন নোবোলাহা আন ক্ষণে ॥'৯৫
ৰাজা বোলে বাধি তোক আছে বাৰে বাৰ।
তথাপি কীৰ্ত্তিক বৰ কহস তাহাৰ ॥
কিছোৰো ভাজন নোহে তিৰীৰ সমান।
তাঙ্কে প্ৰশংসন্তে আছে কিনো অগিয়ান ॥ '৯৬
যুধিষ্ঠিৰে বোলন্ত শুনিয়ো মৎস্য সাৰ।
স্বৰূপেসে বোলোহো নোবোলো চাটু আৰ ॥
আছোক কৌৰৱে সাজি আসে দেৱগণে।
তাকো বৃহন্নলা জিনিবাক পাৰে ৰণে ॥ ১৯৯৯৭
হেন বাক্য শুনিয়া দ্বিগুণে গৈল জ্বলি।
হাতে পাশ হানিয়া কঙ্কক পাৰে গালি ॥
কিছোৰো ভাজন নোহে কুপুৰুষ গোট।
ধৰ্ম্মক লাগিয়া হানি পাশটিৰ চোট ॥ ১৯৯৯৮
ধৰ্ম্মৰাজ কপালত হানিল পাশটি।
ভূমিত পৰিবে লাগি তেজ যাই ফুটি ॥
দ্ৰৌপদীক চাহিলন্ত মাতিবে নোৱাৰি।
হেন দেখি পাশ চাপি দ্ৰুপদজীয়াৰী ॥ ১৯৯৯৯
স্বামীৰ আশয় দেৱী বুজিলন্ত চিতে।
সম্বিত চাপিল চিত্ত নপাৰি ধৰিতে ॥
সুবৰ্ণৰ পাত্ৰে তেজ ধৰি ৰাজমাৰ।
শোক অন্তৰ্গতে তাক নজানয় কেৱ ॥ ২০০০০
ই ঠাৱৰ কথা যে থাকিল এহিমানে।
ৰণ জিনি কুমাৰ আসয় হয় যানে ॥

ছাগবলি ৰাজহংস কাটি দেই বলি।
উকলি জোকাৰ পাৰে প্ৰত্যেক পদূলি ॥ ২০০০১
সামৰাজে গাৱয় আগত নাচে নটে।
ব্ৰাহ্মণে পঢ়য় বেদ চপয়ক ভাটে ॥
সামৰাজে জোকাৰয় ৰোলেক উথলে।
পঞ্চ শব্দে কুমাৰ নগৰ লাগি চলে ॥ ২০০০২
হে মহাৰাজ শুনা বচন প্ৰস্তুত।
ইটো কথা তোমাত যে কহিতে যুগুত ॥
ৰণ জিনি কুমাৰ আসিলা তযু সুত।
শুনিয়া নৃপতি বোলে অনায়ো প্ৰস্তুত॥ ২০০০৩
আদেশক পাই দ্বাৰী নাথাকিলা ৰহি।
সিংহ দুৱাৰক লাগি শীঘ্ৰে গৈলা বহি ॥
দ্বাৰক আসিয়া দ্বাৰী ভৈলন্ত প্ৰবেশ।
যায়োক কুমাৰ তুমি ৰাজাৰ আদেশ ॥ ২০০০৪
গৈয়া ভৈলা কুমাৰ যে সমীপ ৰাজাৰ।
ৰাজাক প্ৰণামি গৈয়া বসিলা উত্তৰ ॥
বিৰাটে বোলন্ত ধন্য ধন্য ভূমিঞ্জয়।
কঙ্কক দেখিয়া যেবে বৰ ভৈলা ভয় ॥ ২০০০৫
এক পাশে বসিয়া আছন্ত যুধিষ্ঠিৰ।
দ্ৰৌপদী ধৰন্ত যেবে তাহান ৰুধিৰ ॥
দেখি কুমাৰৰ বৰ ভৈলা হৃদি তাপ।
বোলে কোনে হেন কৰিলেক মন্দপাপ ॥ ২০০০৬
বিৰাটে বোলন্ত বোপা শুনা ভূমিঞ্জয়।
তুমি ৰণ জিনিলা সাৰথি প্ৰশংসয় ॥
কোপেসে ভেদিলা পাশটিৰ যে প্ৰহাৰ।
কুমাৰে বোলন্ত দোষ কৰিলা আপাৰ ॥ ২০০০৭
বৰ দোষ কৰিলা কিসক পাশে হানি।
ইটো আতিশয় পাপ তুমি কি নজানি ॥
ইহানে দুখেসে হোৱে আমাৰ বিনাশ।
গাৱ চালি সত্বৰে যে কৰিয়া আশ্বাস ॥ ২০০০৮
পুত্ৰৰ বচনে ৰাজা চালিলন্ত গাৱ।
ধৰ্ম্ম নৃপতিৰ ধৰিলন্ত দুই পাৱ ॥
শিশু সম হোৱে বৃদ্ধ জানি পটন্তৰ।
কৈলো অপৰাধ দ্বিজবৰ ক্ষেমা কৰ ॥ ২০০০৯

কঙ্কত কাতৰ ৰাজা কৰিলা ডুনাই॥
কঙ্কে বোলে তোমাসাৰ কিছো দোষ নাই ॥
পূৰ্ব্বতে তোমাৰ ক্ষেমিলোহো অপৰাধ।
গাৰ চালা সত্বৰে শোণিত কৰা বাধ ॥ ২০০১০
মোহোৰ শোণিত পৰে যি ৰাজ্যে ভূমিত।
অবিলম্বে সিটো জানা ৰাজা হুই হত ॥
মুখ পখালিল যেন নেদেখি ৰুধিৰ।
এতহন্তে আসিলা অৰ্জ্জুন মহাবীৰ ॥ ২০০১১
অৰ্জ্জুনো মাতন্ত যুধিষ্ঠিৰক প্ৰণামি।
কৌৰৱ ৰাজাৰ বস্ত্ৰ দিলো আনি আমি ॥
কৰিলো আৰতি যে তোমাৰ কৈলো বাক।
হেন বুলি বস্ত্ৰ আনি দিলা উত্তৰাক ॥ ২০০১২
বস্ত্ৰ পাই কন্যাৰ যে উল্লসিল মন।
আমাৰ ৰাজ্যত নাই হেনয় বসন ॥
এহি বুলি মনৰঙ্গে নাচয় সুন্দৰী।
কন্যাগণে বস্ত্ৰক লৈলন্ত ভাগ কৰি ॥ ২০০১৩
স্ত্ৰীভাগ্যেতে কতো এক বটিকা লৱৰি।
বিষম শিৱলে দেখি কতো একে নাৰী ॥
কতো শুক্ল বসন কতোহো নেতবন্ধ।
যাক পিন্ধিবাক দেৱলোকৰো প্ৰবন্ধ ॥ ২০০১৪
কতো নেত খৰ্ব্ব কতো নীল পাতপ্পল।
নিখিল আশ্ৰয় ৰামায়ণৰ সকল ॥
মহাঋষিগণ সমে আছন্ত ধিয়ানে।
কৌৰৱ পাণ্ডৱ লিখি আছে বিদ্যমানে ॥ ২০০১৫
লঙ্কাখান লিখিলেক যেন যেন কাৰ্য্য।
সুৱৰ্ণৰ পুৰী লঙ্কা সাগৰৰ মাজ ॥
সেতু বান্ধি ৰাম যে সসৈন্যে ভৈলা পাৰ।
দুৰ্জ্জয় ৰাৱণে যেন কৰিলন্ত ধাৰ ॥ ২০০১৬
ৰাম আৰ লক্ষ্মণ অপৰ হনুমান।
সুগ্ৰীৱ অঙ্গদ লিখি আছে বিদ্যমান ॥
নীলক লিখিয়া আছে অগনিৰ সুত।
যাহাৰ কাহিনী শুনন্তেও অদভুত ॥ ২০০১৭
ৰাৱণক লিখি আছে দশগোটা শিৰ।
নীলবৰ্ণ গাত্ৰ পুলস্ত্যৰ মহাবীৰ ॥

তান এক পাশে মন্দোদৰী বসি আছে।
ধৌলিৰৰ গৃহক লিখিল তাৰ পাচে ॥ ২০০১৮
দশ শিৰ কুৰি বাহু কুৰিগোটা আখি।
থানে থানে তাহাৰ সুৱৰ্ণময় দেখি ॥
কুৰি কৰ্ণে তাৰ দিব্য জ্বলয় কুণ্ডল।
প্ৰত্যক্ষে দেখিয়া যেন ৰবিৰ মণ্ডল ॥ ২০০১৯
সাৰ্থক ৰাৱণ ৰাজা বিশ্বশ্ৰবা সুত।
যাহাৰ কাহিনী শুনন্তেও অদভুত ॥
প্ৰভাৱতী হৰণক লিখিল তাহাতে।
বজ্ৰনাভ বধ ভৈল কামদেৱ হাতে ॥ ২০০২০
গোপীগণ সহিত নন্দৰ সুত কাণে।
গন্ধৰ্ব্ব দেৱতাগণ লিখি আছে থানে ॥
পৰ্ব্বত লিখিল নদী নদ সৰোবৰ।
চৰাই চকোৱা ৰাজহংস যোৰেযোৰ ॥ ২০০২১
স্বৰ্গ মৰ্ত্ত্য পাতাল যতেক কুতূহল।
বিশ্বকৰ্ম্মা সমে তাক লিখিল সকল ॥
বাসুকিক লিখিলন্ত সহস্ৰেক ফণ।
ইন্দ্ৰ আদি কৰিয়া সমস্ত দেৱগণ ॥ ২০০২২
ত্ৰিদশ দেৱক ভিতৰত পূজিছয়।
সচকিত মৎস্য কৌৰৱক খুজি পাই ॥
মৎস্যে বোলে জীউ দেখা কেমন বসন।
দীপ্তি জ্যোতি জ্বলে যেন তাৰা অগণন ॥ ২০০২৩
কঙ্কৰ বচন এবে জানিলোহো সাৰ।
বৃহন্নলা নোহয় মুনিষ আচ্ছোৱাৰ ॥
মৎস্যে বোলে শুন পুত্ৰ দিব্য ধনুৰ্দ্ধৰ।
কৰ্ণ কৃপ ভীষ্মক নাহিকে পটন্তৰ ॥ ২০০২৪
দ্ৰোণ অশ্বত্থামা দুৰ্য্যোধন কুৰুৰায়।
তাসম্বাক জিনিলাহা কমন উপায় ॥
আমি নুবুজিলোহো কুমাৰে বোলে বাণী।
দেৱপুত্ৰে আমাক জিলন্ত ৰণ জিনি ॥ ২০০২৫
কৌৰৱক জিনি পাল আনি দিলে মোকে।
ডুনাই অবিদিত ভৈল নিচিনয় লোকে ॥
সংগ্ৰাম-ভূমিত যত ভৈল কুতূহল।
পিতৃৰ আগত কথা কহিলা সকল ॥ ২০০২৬

মৎস্যে বোলে সিটো কোন দেৱৰ নন্দন।
দেখো হস্তে কৰো তাৰ চৰণে বন্দন ॥
কোন দেৱে পুত্ৰক কৰিলে পৰিত্ৰাণ।
ৰণত কৰিল সবে ৰিপুৰ নিৰ্য্যাণ ॥ ২০০২৭
পাল বাহুৰাইল আমাসাৰ মান্য ৰাখি।
তাঙ্ক বহু মান্য কৰি পূজো যদি দেখি ॥
কুমাৰে বোলন্ত পিতৃ আছে অন্তৰ্দ্ধানে।
দিনা কতিপয়ত দেখিবা বিদ্যমানে ॥ ২০০২৮
পিতা পুত্ৰে কথা কৈলা অন্যা অন্যি বাণী।
অবিদিতে পাণ্ডৱৰ গৈলা দিন তিনি ॥
শুভ দিবসত ভৈলা পাণ্ডৱ বিদিত।
শুকলা বসন পিন্ধি যাক যে উচিত ॥ ২০০২৯
অলঙ্কৃতা দ্ৰৌপদীয়ো বিচিত্ৰ বসনে।
যুধিষ্ঠিৰ বসিলা মৎস্যৰ সিংহাসনে ॥
পাঞ্চেয়ো পিন্ধিলা বাছি চিত্ৰ অলঙ্কাৰ।
কিৰীটি কুণ্ডল কণ্ঠ বন্ধ টাৰ হাৰ ॥ ২০০৩০
অঙ্গুষ্ঠি কুণ্ডল হাৰাভৰণ কেয়ূৰ।
পিন্ধিলে দীপিতি যেন প্ৰভাত সূৰ্য্যৰ ॥
দেৱগণ সহিতে যেহেন পুৰন্দৰ।
তাৰাগণ সহিত যেহেন শশধৰ ॥ ২০০৩১
ভ্ৰাতৃগণ সহিতে জ্বলয় যুধিষ্ঠিৰ।
বসিয়া আছন্ত ধনু ধৰি মহাবীৰ ॥
অভ্যন্তৰ হন্তে মৎস্যৰাজা ভৈলা আসি।
দেখৈ সিংহাসনত যে কঙ্ক আছে বসি ॥ ২০০৩২
মনে মনে বোলে ব্ৰাহ্মণৰ লঘু মান।
বিমৰিষি ক্ষণেকে দিলেক সন্নিধান ॥
তোসবাৰ কঙ্ক মই নেদেখো বিশেষ।
সামাজিক হুয়া কেনে ধৰা ৰাজবেশ ॥ ২০০৩৩
অৰ্জ্জুনে বোলন্ত নকৰিবা অসন্তোষ।
এন্তে বসিলাত ৰাজা আত কিবা দোষ ॥
তব আসনত বসিবাৰ অনুচিত।
ইহাঙ্ক হোৱন্ত ইন্দ্ৰ আসনে উচিত ॥ ২০০৩৪
নভু জানা নৃপতি ইহান যত গুণ।
অৰ্জ্জুনে বোলন্ত মৎস্যৰাজা তুমি শুন ॥
ধৰ্ম্ম যুধিষ্ঠিৰ ৰাজা সুশীল সুন্দৰ।
ভ্ৰাতৃগণ সমে যাক নাহি পটন্তৰ ॥ ২০০৩৫
দানে বলি সমান কৰ্ণৰ সম দাতা।
তপোবলে ঋষি সম কি কহিবো কথা ॥
লক্ষেক নৃপতি সেৱা কৰিল যাহাত।
সহস্ৰ সংখ্যাত ৰথ যাহাৰ লগত ॥ ২০০৩৬
সুৱৰ্ণ-সজ্জিত অযুতেক মত্ত নাগে।
বিংশতি সহস্ৰ যাৰ ঘোৰা চলে আগে ॥
ৰথৰ সাৰথি চলে হাজাৰ আঠ শত।
কীৰ্ত্তিতে বিদিত ৰাজা তিনি ভুৱনত ॥ ২০০৩৭
পাণ্ডুপুত্ৰ পৰম ধাৰ্ম্মিক যুধিষ্ঠিৰ।
এহেন্তেসে বলতো জানিবা মহাবীৰ ॥
ইন্দ্ৰপ্ৰস্থে ৰাজা হুয়া পালে প্ৰজাগণ।
পুত্ৰৱত শাসনত সুখী সৰ্ব্বজন ॥ ২০০৩৮
হাজাৰ অশীতি সংখ্যা নিত্য ভুঞ্জে দ্বিজ।
সুৱৰ্ণ পাত্ৰত সদা ত্ৰিংশত দাসী নিজ ॥
হেন শুনি মৎস্যৰাজা বৰ ভৈলা ভয়।
এহে যুধিষ্ঠিৰ ৰাজা পাণ্ডুৰ তনয় ॥ ২০০৩৯
ইহান সোদৰ নিৰন্তৰে ধনুৰ্দ্ধৰ।
অৰ্জ্জুন কোথাক গৈল ভীম বীৰবৰ ॥
নকুল সহদেৱ মহা পৰাক্ৰমশীল।
লক্ষ্মীৰূপা পাঞ্চালী যেৱে কোথা গৈল ॥ ২০০৪০
অৰ্জ্জুনে বোলন্ত যেৱা তব সুপকাৰ।
তেহে ভীমসেন কীচকৰ ক্ষয়ঙ্কাৰ ॥
দ্ৰৌপদী সৈৰিন্ধ্ৰী বৃহন্নলা ধনঞ্জয়।
গৰুপাল অশ্ববন্ধ মাদ্ৰীৰ তনয় ॥ ২০০৪১
দ্বাদশ বৰিষ বনে ৰাজ্যত নৈৰাশে।
তযু ৰাজ্যে বৰিষেক আছো অজ্ঞবাসে ॥
তোমাৰ প্ৰসাদে সুখে বঞ্চিলো সময়।
হেন শুনি মৎস্যে ভৈল বিস্মিত হৃদয় ॥ ২০০৪২
কুমাৰে বোলয় এহে বাহুৰালে পাল।
তান শঙ্খৰাৱে মই ভৈলো লালকাল ॥
এভো চিকিমিকি কৰে মোৰ দুই আখি।
তব্ধ ভৈলো যুজত শৰৰ বৃষ্টি দেখি ॥ ২০০৪৩

বিকৰ্ণক কাটিয়া কৰ্ণক খেদি ৰণে।
সবে ৰণ ভঙ্গে পলাইলেক কুৰুগণে ॥
হেন শুনি ৰাজা কুমাৰৰ মুখ চাই।
পাণ্ডৱক পূজিবাক আমাৰ যুৱাই ॥ ২০০৪৪
মোকো সুশৰ্ম্মায়ে জিনি নেই বন্দী কৰি।
তৈতো ভীমসেনে মোক আনিল উদ্ধাৰি ॥
তোমাকো অৰ্জ্জুনে কৰিলেক পৰিত্ৰাণ।
পাৱ পখালোহো ভৃঙ্গাৰত জল আন ॥ ২০০৪৫
অনুৰূপে পাণ্ডুকো কৰিবো সতকাৰ।
অৰ্জ্জুনক বিহা দিবো কুমাৰী আমাৰ ॥
হেন বুলি ৰাজা যেৱে পুচে উত্তৰত।
কুমাৰে বোলয় কিবা সোধাহা আমাত ॥ ২০০৪৬
কুমাৰৰ বচনে হৰিষ ভৈল মন।
কৰযোৰে সম্মিত চাপিল সেহিক্ষণ ॥
সবাকো প্ৰণামি ৰাজা মধুৰ বচনে।
অনেক মিনতি বোলে সঙ্কুচিত মনে॥ ২০০৪৭
গজ বাজী ৰথ মোৰ দাস দাসী ধন।
দণ্ড পাট সিংহাসন যত পৰিজন ॥
পৰিহৰা দোষ ভৈলো চৰণৰ দাস।
অনেক প্ৰকাৰে ৰাজা মাতে লাসেলাস ॥২০০৪৮
নিচিনিলো বাপ আছিলাহা মোৰ ঠাৱ।
নাজানি সে মই কৰিলোহো এন ভাৱ ॥
অজ্ঞান ভাৱত মই কৈলো যত দোষ।
সবে ক্ষেমা কৰি হুয়ো ভৃত্যত সন্তোষ ॥ ২০০৪৯
আগবাঢ়ি বিৰাটে জুৰিল দুই কৰ।
আখাৰেক বিনাইতে মোহোৰ লাগে ডৰ ॥
যদি তুষ্ট হোৱা কোপ নাহিকে তোমাৰ।
অৰ্জ্জুনত বিহা দেওঁ কুমাৰী আমাৰ ॥ ২০০৫০
তাহাঙ্ক সদৃশ ধনঞ্জয় হোন্ত বৰ।
সম্বন্ধ কৰিয়ো যেৱে হোৱে কচিকৰ ॥
অৰ্জ্জুনক চাহিলন্ত পাণ্ডুৰ তনয়।
তেহে বুজিলন্ত মন ধৰ্ম্মৰ আশয় ॥ ২০০৫১
অৰ্জ্জুনে বোলন্ত শুনিয়োক মৎস্যৰায়।
তোমাৰ কুমাৰী মোৰ পুত্ৰক যুৱাই ॥

মৎস্যে বোলে জীয়া মোৰ সৰ্ব্ব সুলক্ষণে।
আপুনি বিবাহ নকৰিয়ো কি কাৰণে ॥ ২০০৫২
কিবা দোষাদোষ মোত কহিয়ো আশ্বয়।
মৎস্যৰ শুনিয়া বাক্য বোলে ধনঞ্জয় ॥
নিত্য কৌতূহল শিখাইলোহো তান ঠাৱে।
তাহাত আমাৰ আছিলেক ভিন্ন ভাৱে ॥ ২০০৫৩
আমাক কুমাৰী আৰাধিল পিতৃৱতে।
তাঙ্ক আমি গ্ৰহণ কৰিবো কেনমতে ॥
বৰিষেক দুহান্তে আছিলো একথানে ॥
শুনি শঙ্কা কৰিবেক সকল সজ্জনে ॥ ২০০৫৪
অৰ্জ্জুনে বোলন্ত শুনিয়োক মৎস্যৰায়।
তোমাৰ আমাৰ যেৱে সম্বন্ধ যুৱাই ॥
ৰূপে গুণে বয়সে পুত্ৰটি মোৰ সৰি।
সম্বন্ধ কৰিয়া যেৱে দিয়ো বধূ কৰি ॥ ২০০৫৫
দ্বাৰকাৰ অধিপতি দেৱ দামোদৰ।
তাহান ভাগিন অতিৰথী ধনুৰ্দ্ধৰ ॥
সুভদ্ৰাৰ গৰ্ভে আসি ভৈলা অৱতাৰ।
সুৰাসুৰ নৰে যাৰ নসহে প্ৰহাৰ ॥ ২০০৫৬
সুন্দৰ যুৱত আতিশয়ে শুভ নয়।
সাক্ষাতে দেখিয় পুৰন্দৰৰ আশ্বয় ॥
শ্ৰীকৃষ্ণৰ ভাগিন সুভদ্ৰা যাৰ মাতা।
বিৰাটেয়ো ৰঙ্গ ভৈলা শুনি এহি কথা ॥ ২০০৫৭
বিৰাটে বোলন্ত শুনিয়োক ধনঞ্জয়।
জন অপবাদ যাহাৰ থাকে ভয় ॥
দশোদিশে প্ৰকাশে যাহাৰ যশৰাশি।
হেনয় পাণ্ডৱে কাল ক্ষেপিলন্ত আসি ॥ ২০০৫৮
তিনিয়ো ভুৱনে মোৰ কাকো নাই ভয়।
যাহাৰ সহায় কুন্তীসুত ধনঞ্জয় ॥
বিৰাটৰ প্ৰিয় হেন মধুৰ বচনে।
শুনি যুধিষ্ঠিৰৰ হৰিষ ভৈলা মনে ॥ ২০০৫৯
অৰ্জ্জুনক চাহিলন্ত কুন্তী প্ৰিয় সুত।
কৰিয়ো সম্বন্ধ মাধৱক যায়োক দূত ॥
দ্বাৰকাক যুধিষ্ঠিৰে পঠাইলন্ত দূত।
কহিল সমস্ত কথা কৃষ্ণত প্ৰস্তুত ॥ ২০০৬০

সত্বৰে আসোক যত আছে মোৰ ঘৰে।
দূতেয়ো জনাইলে সবে মন্দিৰে মন্দিৰে ॥
সুৰসেন কাশীৰাজ নৃপতি দুতয়।
যুধিষ্ঠিৰ ৰাজাৰো প্ৰাণৰ আতিশয় ॥ ২০০৬১
সেহি দুই ৰাজা লৰি গৈলা প্ৰথমতে।
দুই অক্ষৌহিণী সেনা লৰিল তুলতে ॥
দ্ৰুপদ নৃপতি পাঞ্চালক নাম জানি।
তান তুলে লৰি গৈলা এক অক্ষৌহিণী ॥ ২০০৬২
দ্ৰুপদৰ পুত্ৰ আইলা এক শত চাৰি।
তাহাৰ বলক সুৰাসুৰেয়ো নোৱাৰি ॥
ধৃষ্টদ্যুম্ন দুৰ্ব্বৰিশ অনিৰ্ব্বাৰ ৰণে।
সমৰে সমুখ নাহিবন্ত গুৰু দ্ৰোণে ॥ ২০০৬৩
শিখন্দী অপৰাজিত সমস্তে পাঞ্চাল।
মহাগুণে গুণবন্ত সমস্তে ভূপাল ॥
আৰো আনো যত ৰাজা বংশত প্ৰচুৰ।
অভিমন্যু সহিতে যে আসিল অক্ৰূৰ ॥ ২০০৬৪
বীৰকেশী চেকিতান সমে মহাধৃতি।
সবে চলি আসিলাহা বিৰাটৰ ভীতি ॥
নাৰায়ণ সমে যত বৃষ্ণি ভোজৰাজে।
সবে চলি গৈলা অৰ্জ্জুনৰ প্ৰিয় কাৰ্য্যে ॥ ২০০৬৫
অনেক নৃপতিগণ ভৈল একথান।
বিৰাট নগৰী ভৈলা অমৰাৱতী মান ॥
নট ভাট অনেকে বাহাৰে কতো শঙ্খ।
চিহ্ন ছত্ৰদণ্ড আনো তুৰঙ্গ মাতঙ্গ ॥ ২০০৬৬
আনো বাদ্যভণ্ড কৌতুহল নৃত্য-গীত।
বিৰাট নগৰে ভৈলা আতি বিপৰীত ॥
সাৰাৎসাৰ ময়মত্ত সহস্ৰেক নাগ।
দশাযুত তৰুণ ঘোটক চলে আগ ॥ ২০০৬৭
তিনি খৰ্ব্ব পদাতি যে অযুতেক ৰথ।
চতুৰঙ্গ দলে আইল যাহাৰ লগত ॥
হেন দেখি বিৰাটে হৰিষ ভৈল মনে।
মোৰ ঠাৱে সাজি আসিলন্ত ৰাজাগণে ॥ ২০০৬৮
আপুনি গোবিন্দ আসিলন্ত মোৰ ঠাই।
বিৰাটে কৰিল ৰঙ্গ আনন্দ বঢ়াই ॥
আচমনি আসনক মধুপৰ্ক দিল।
সবাহাঙ্কে বিভাগি বিচিত্ৰ বাসে থৈল ॥ ২০০৬৯
দুৰস পায়স অন্ন দিলা মধুপানে।
সবাহাঙ্কে বিৰাটে তুষিলা ভিনে ভিনে ॥
সুভদ্ৰা আসিলা পুত্ৰ বিবাহক প্ৰতি।
তান তুলে আইলা দশ সহস্ৰ যুৱতী ॥ ২০০৭০
শৰীৰত অলঙ্কাৰে শোভে নাৰীগণে।
আঙ্গুষ্ঠি কুণ্ডল হাৰ বিচিত্ৰ বসনে ॥
হৰিষ বদনে এহিমতে বহুদিনে।
সবাকে বিৰাটে তুষিলন্ত ভিনে ভিনে ॥ ২০০৭১
কথামাতে ৰাজা কতোদিন আছিলন্ত।
কৃষ্ণে পাণ্ডৱক সতকাৰ কৰিলন্ত।
আঙ্গুষ্ঠি বাহুৰি আভৰণ কণ্ঠহাৰ।
সুৱৰ্ণৰ মণিময় হাৰ মুকুতাৰ ॥ ২০০৭২
হেন অলঙ্কাৰে সবে কৰি গাৱ সাজ।
পিন্ধিলে দীপিতি কৰে প্ৰভাতৰ সূৰ্য্য ॥
শুভলগ্নে দিলা জোৰা বান্ধিয়া দৈৱজ্ঞ।
মৎস্যৰ নগৰে মিলি গৈল মহাযজ্ঞ ॥ ২০০৭৩
সুগন্ধ চন্দনে অধিবাস দুই ঠাৱ।
কন্যাগণে কৰিলেক উৰুলি আৱাৱ ॥
আসন বসন মধুপৰ্ক দান ভৈলা।
সবাহাঙ্কে নিয়া যে বিচিত্ৰ থানে থৈলা ॥ ২০০৭৪
কুমাৰীক সাজি পাৰি নিল মৎস্যৰায়।
বিনয়ে বুলিলা কৰা যেহেন যুৱায় ॥
কুমাৰীক প্ৰদক্ষিণ কৰাই বাৰেবাৰ।
মুখচন্দ্ৰি কৰাইয়া ফুৰাইলা সাতবাৰ ॥ ২০০৭৫
মৎস্যে অলঙ্কাৰ নিয়া উত্তৰে ধৰিল।
অভিমন্যু বীৰে তাক হাততে বৰিল ॥
কুমৰো কৰিলা যত বিস্তাৰ আচাৰ।
স্বৰ্গতো নাহিকে হেন দিলা অলঙ্কাৰ ॥ ২০০৭৬
কৰ্ণক লাগিয়া দিলা ৰত্নৰ কুণ্ডল।
দীপ্তি জ্যোতি জ্বলে যেন সূৰ্য্যৰ মণ্ডল ॥
হীৰ্ম্মাণি মাণিক্যে নিৰ্ম্মিলন্ত অষ্ট নিধি।
শিখত ত্ৰিশিখ চড়াইলন্ত যেন বিধি ॥ ২০০৭৭

উত্তম ব্ৰাহ্মণে নিয়া শিৰত চড়াইল।
যেন স্বৰ্গবস্তু ভূমিভাগে নামি আইল ॥
সম্পূৰ্ণ তৈজস দিল সুগন্ধ যে ধূপ।
সুগন্ধ প্ৰদীপ নিবেদিল অনুৰূপ ॥ ২০০৭৮
মঙ্গল আচৰি নাৰীগণে খেড়ি গাৱে।
দ্বিজে বেদ পঢ়ে নটে মৃদঙ্গ বজাৱে ॥
মন্ত্ৰে সমে পখালিল চৰণ যুগল।
শিৰে অভিষেক কৰি দিল নিয়া জল ॥ ২০০৭৯
দশ যে সহস্ৰ কন্যাগণ আগে পাচে।
পঢ়ি বেদমন্ত্ৰ সম্প্ৰদান ভৈল পাচে ॥
বিশ্বকৰ্ম্মে নিৰ্ম্মিল সুৱৰ্ণ বেই গই।
নাৰায়ণ পুতলাক উপৰত থই ॥ ২০০৮০
কামদেৱ পাশে ৰতি কন্যাক লিখিল।
সুৱৰ্ণৰ চকা বান্ধি দশোদিশে দিল ॥
পখালিল বাসা-ঘৰ মেলিল দুৱাৰ।
দধি লাগি পঢ়িলেক জয় যে জোকাৰ ॥২০০৮১
নাচে গাৱে প্ৰজাসৱে কৰে বহু ৰোল।
পঞ্চ শব্দ বাদ্যভণ্ড বজাৱে আন্দোল ॥
যাত্ৰা সুমঙ্গল কৰি সুসন্তৃত ভৈলা।
সুৱৰ্ণৰ বেই নিৰ্ম্মি অভ্যন্তৰে গৈলা ॥ ২০০৮২
দেৱ অপেশ্বৰা কন্যা মিলিল সকল।
সুৱৰ্ণৰ কলসে মাথাত ঢালি জল ॥
কৃষ্ণ বলভদ্ৰ দুই গৈলন্ত তথায়।
সিদ্ধ মুনি গন্ধৰ্ব্বে কৰিলা জয় জয় ॥ ২০০৮৩
হোমকৰ্ত্তা ব্ৰাহ্মণে অগ্নিত ঘৃত দিল।
দেৱগণ পূজি গুৰু ব্ৰাহ্মণে বৰিল ॥
পদ্ধতি পূৰ্ব্বকে বসিলন্ত দ্বিজবৰ্গ।
কৰ্ম্ম শেষে দ্বিজগণে মিলি দিল অৰ্ঘ্য ॥ ২০০৮৪
জয়বাদ্য বাজে নটে ভাটে কৰে স্তুতি।
দ্বিজসবে কৰিলা হোমৰ সমাপতি ॥
হোম অৱসানে পাচে কৰি বহুমান।
দ্বিজ দৈৱজ্ঞক ধৰ্ম্মে দিলা ৰত্নদান ॥ ২০০৮৫
গায়নে গাৱয় বহু ৰূপে ধৰে বেশ।
মৃদঙ্গ মুৰুজ নটে বাৱয় আশেষ ॥
চপয় পঢ়য় নটে ভাটে কৰে স্তুতি।
বিৰাট নগৰে ভৈল দুতি অত্ৰাৱতী ॥ ২০০৮৬
সমাজ সুগন্ধ ভৈল হৰিদ্ৰাৰ বোল।
নাচে গাৱে প্ৰজাসবে কৰে বহু ৰোল ॥
কণা খোৰা কুজা যে ৰুগীয়া দুখী জন।
সবাহাক্কে ধৰ্ম্মে দিল বসন ৰতন ॥ ২০০৮৭
বেদ পঢ়ি দ্বিজগণে দিলন্ত আশীষ।
জীয়া অভিমন্যু শত সহস্ৰ বৰিষ ॥
হেন বুলি দ্বিজগণ চাপিল সন্নিত।
দিয়োক ভোজনী যেন হোৱয় বিহিত ॥ ২০০৮৮
যেৱে ভোজ্য বস্তু পাইলা ব্ৰাহ্মণ সমাজ।
তেৱে গৈলা দ্বিজগণ আপুনাৰ ৰাজ ॥
অভিমন্যু কুমাৰৰ বিয়া সমাপতি।
শুন ভণন্তাৰ হৌক পৰম মুকুতি ॥ ২০০৮৯
বিৰাটৰ কথা এবে ৰৈলা এহিমানে।
এত হন্তে নৃপগণ গৈলা থানে থানে ॥
কনকে মণ্ডিত যেন জ্বলয় যে সৃষ্টি।
দেৱৰাজে ৰঙ্গে কৰিলন্ত পুষ্পবৃষ্টি ॥ ২০০৯০
দ্বাৰকাৰ কুমাৰক ৰাজাৱে আনিল।
ৰঙ্গেঢঙ্গে বিৰাটে কন্যাক দান দিল ॥
বিধিয়ে নিৰ্ম্মিত মতে কৈলে কন্যাদান।
যুধিষ্ঠিৰ ৰাজা ভৈলা তথাতে প্ৰধান ॥ ২০০৯১
বোলন্ত কংসাৰি সবে এৰা আন মন।
একচিত্ত মনে কৰা ভাৰত শ্ৰৱণ ॥
সংসাৰত যত পুণ্য নাহি আঙ্ক সৰি।
পাতেক ছাৰোক ডাকি বোলা হৰি হৰি ॥২০০৯২

**ইতি বিৰাট পৰ্ব্ব সমাপ্ত**

অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

—*—

## উদ্যোগ পৰ্ব্ব

মঙ্গলাচৰণ

দুলড়ী

নমো হৃষীকেশ মুকুতি বিশেষ
সজল জলদ শ্যাম ।
পূৰ্ণ শশধৰ হাসি মনোহৰ
পীতবস্ত্ৰে অনুপাম ॥
গলে বনমালা সুবৰ্ণ মেখলা
গৰুড় স্কন্ধত চৰি ।
আজানুলম্বিত ভুজ মনোনীত
হাতে গদা পদ্ম ধৰি ॥ ২০০৯৩
সুনন্দ প্ৰভৃতি লক্ষ্মী সৰস্বতী
হৰিক বেঢ়ি চৌপাশে ।
ভকতক চাই আনন্দ বঢ়াই
মুখত মধুৰ হাসে ॥
যত যোগীজনে হৰি দৰশনে
বাহিৰ দৃষ্টিক এৰি ।
একচিত্ত মনে নিবিড় আসনে
ধ্যায়ে জগন্ত হৰি ॥ ২০০৯৪

দুৰ্য্যোধনৰ ওচৰলৈ যুধিষ্ঠিৰৰ দূত প্ৰেৰণ

অজ্ঞাত বসতি ভৈল সমাপতি
পাণ্ডৱ বেকত ভৈলা ।
দূত পাঞ্চি মাতি সুহৃদ সহিতি
সবে এক থান হৈলা ॥
সাত্যকি সহিতি দেৱ যদুপতি
আসিলা তহিকে লাগি ।
পাচে ধৰ্ম্ম সন্ত দূত পঠাইলন্ত
কৌৰৱত ৰাজ্য মাগি ॥ ২০০৯৫
ৰাজ্যকো নেদিল অপ্ৰিয় বুলিল
দুৰ্য্যোধন মহামন্দে ।
ধৃতৰাষ্ট্ৰে পাচে সঞ্জয়ক পাকে
ৰাজা নেদে বিনা দন্দে ॥
ধৰ্ম্মে আলোচিলা কৃষ্ণক পঠাইলা
দুৰ্য্যোধন পাশ লাগি ।
অৰ্দ্ধৰাজ্য নেদে পাঞ্চখানি গ্ৰাম
দেইক পাঞ্চকো লাগি ॥ ২০০৯৬

পাণ্ডৱৰ বোলে মাধৱেয়ো চলে
হস্তিনাপুৰক প্ৰতি।
কৃষ্ণ পদে নতি ৰাম সৰস্বতী
পদবন্ধে নিগদতি ॥
কুকথাক এৰি আৰে থাকা ৰড়ি
কৃষ্ণ হেন মহা নাম।
জানি সৰ্ব্বলোক এৰি হিংসা লোভ
ডাকি বোলা ৰাম ৰাম ॥ ২০০৯৭

ধৃতৰাষ্ট্ৰ-সঞ্জয় সংবাদ; আৰু দুৰ্য্যোধনৰ ক্ৰোধ

পদ

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
পাণ্ডৱত বিদায় যে কৰিলা সঞ্জয় ॥
ধৃতৰাষ্ট্ৰ নৃপতি পঠাইলা যিবা আশে।
কহিলন্ত সঞ্জয়ে মনত নিকৎসাসে ॥ ২০০৯৮
পাণ্ডৱেয়ো যি বুলিলা তাকে আকলিলা।
হস্তিনাপুৰক প্ৰতি আৰকা চলিলা ॥
বসি আছে ধৃতৰাষ্ট্ৰ বহল সভাত।
গধূলিকা সঞ্জয় প্ৰৱেশে সি বেলাত ॥ ২০০৯৯
ধৃতৰাষ্ট্ৰ নৃপতিক দেখি বিদ্যমান।
প্ৰথমতে কহিলন্ত কৃষ্ণৰ প্ৰণাম ॥
পাছে পাণ্ডৱৰ গৈয়া নমস্কাৰ কহি।
আপুনি প্ৰণামি গৈয়া আসনত বহি ॥ ২০১০০
কহিলেক পাণ্ডৱৰ যতেক নিকাৰ।
বনবাস দুখত আছয় ছাল-হাড় ॥
তথাপিতো অদভুত কৰ্ম্ম ভয়ঙ্কৰ।
ভীম কালসৰ্পক দেখন্তে লাগে ডৰ ॥ ২০১০১
শুনি আছে ভীষ্ম দ্ৰোণ কৰ্ণ দুৰ্য্যোধন।
ধৃতৰাষ্ট্ৰ শকুনি গান্ধাৰী দুঃশাসন ॥
বাহ্লীক সৌবল আনো সবে আছে শুনি।
সভাত সঞ্জয়ে কহে ভীমৰ কাহিনী ॥ ২০১০২
সহস্ৰ লোহাৰ ভাৰ মুখ্য গদাগোট।
ভীমৰ বাহুৰ বল মিসে সহে চোট ॥
দুই হাতে দাঙ্গি এহি দুৰ্য্যোধন বুলি।
পৃথিৱীত গদায়ে কোবাবে তুলি তুলি ॥ ২০১০৩
দুঃশাসন বুলি অৰণ্যৰ পশু ধৰি।
পকাই ছিঙ্গন্ত ঘাড় মুচৰি মুচৰি ॥
কৰ্ণ কৰ্ণ বুলিয়া হাম্ফুলি কতো দূৰ।
মুষ্টি হানি পৰ্ব্বতসবক কৰে চুৰ ॥ ২০১০৪ ॥
হেনমতে ক্ৰোধৱশে বনবাসে গৈল।
অজ্ঞাতবাসৰ এবে সমাপতি ভৈল ॥
লাগ লৈল পুৰাতন পাত্ৰ মন্ত্ৰীগণে।
বিৰাট নগৰে সবে আছে ৰঙ্গমনে ॥ ২০১০৫
দ্ৰুপদ কোশল ৰাজা সবে তাক গৈল।
মাধৱ আসিয়া পাণ্ডৱক লাগ লৈল ॥
কৃষ্ণৰ ভাগিন প্ৰিয় পুত্ৰ অৰ্জ্জুনৰ।
বিবাহ কৰাইলা অভিমন্যু কুমাৰৰ ॥ ২০১০৬
পাঞ্চো ভাই ভিন্নে ভিন্নে সাদৰি বিস্তৰ।
কুশল পুছিলা সবে বন্ধু বান্ধৱৰ ॥
তোমাক বুলিলা শুনা ধৃতৰাষ্ট্ৰ ৰায়।
প্ৰতিজ্ঞা সাম্ফলি আসি ভৈলো পাঞ্চো ভাই ॥ '১০৭
দুখ পাইলো জানি হেন শুনি মোৰ বাক।
বিভাগিয়া অৰ্দ্ধৰাজ্য দিয়োক আমাক ॥
অৱশ্যে নেদিবে জানো দুৰ্য্যোধন মন্দে।
তেবে তাক কোনে এৰিবেক বিনা দ্বন্দে ॥ '১০৮
এতেক বুলিয়া মোক পঠাই দিলে এথা।
আলচিয়ো যেন হোৱে মন্ত্ৰণাৰ কথা ॥
বিদুৰে বোলয় হেন হোৱয় বিহিত।
অৰ্দ্ধৰাজ্য পাণ্ডৱক দিবাক উচিত ॥ ২০১০৯
আমাৰ বচন শুনিয়োক নৃপবৰ।
পাণ্ডৱক লাগি তুমি সজায়োক ঘৰ ॥
আগবাঢ়ি তুমি পাণ্ডৱক আনা আগে।
গোবিন্দক প্ৰিয়বাক্য বুলিবাক লাগে ॥ ২০১১০
যদি বোলা দুৰ্য্যোধনে নমানে ইহাক।
তেবে শুনা হিতপৰ মন্ত্ৰণা কথাক ॥
একক এৰিলে যদি সবে ৰক্ষা যাক।
সিজনক এৰিলাত কিছু দোষ নাই ॥ ২০১১১

সবে কুল ৰহোক মোহোৰ বোল কৰা।
দুৰ্য্যোধন পাপিষ্ঠক দূৰে পৰিহৰা ॥
হিত বোল সুশুন সকলে কুৰুবল।
এক্কেকৰ নিদানে সবংশে যাইবি তল ॥ ২০১১২
যি কালত কোপে ধনঞ্জয় আসে ধাই।
কি কৰিবে শকুনি পাশাৰ মূল খাই ॥
কৰ্ণ দুঃশাসন আদি মন্ত্ৰী যত আছে।
ভীমৰ প্ৰহাৰে মোক সুমৰিবি পাচে ॥ ২০১১৩
হেন শুনি ক্ৰোধে দুৰ্য্যোধন বোলে বাক।
সমাজক লাগি কোনে মাতিলে ইহাক ॥
কোনে মোক এৰিবে কাহাত কৰো আশ।
কৰ্ণক সম্মুখি ৰাজা তুলিলেক হাস ॥ ২০১১৪
সৰ্ব্বকালে পাণ্ডৱক দেখে ৰৰগোট।
একবেলি পাণ্ডৱে দেখিছে মোৰ চোট ॥
আৰোবাৰ আসে যদি যি কৰিবো পাচে।
পাণ্ডৱৰ কথাক মোহোৰ মনে আছে ॥ ২০১১৫
কৰ্ণে বোলে পাণ্ডৱক নকৰিবা ডৰ।
দেখিছো বীৰত্ব মই অৰ্জ্জুন ভীমৰ ॥
দেৱৰ দুৰ্জ্জয় একো একো মোৰ শৰ।
অৰ্জ্জুনক লাগি তথু এতমান ডৰ ॥ ২০১১৬
ডাঙ্গৰ শৰীৰ তাৰ থুলন্তৰ কায়।
এহিমানে পৰাক্ৰম ভীমৰ ৰৰায় ॥
সমৰ নিয়ম ৰণধৰ্ম্ম একো গুণে।
নুহিকে সমান মোক ভীম যে অৰ্জ্জুনে ॥ ২০১১৭
অনন্তৰে কৰ্ণক মাতিলা গুৰু দ্ৰোণে।
অৰ্জ্জুনক সমৰত জিনিবেক কোনে ॥
আপুনি সমৰ্থ তাতে কৃষ্ণবল পাই।
মৰন্তেয়ো নেৰিবন্ত আপুন ৰৰাই ॥ ২০১১৮
ভীষ্ম তুমি সমস্তে কৌৰৱ বিদ্যমানে।
গৰু নানি মৎস্যৰ আসিলা কি কাৰণে ॥
অৰ্জ্জুনৰ শৰে পৰাকূল ৰণভূমি।
সি বেলাত কোথাত আছিলা কৰ্ণ তুমি ॥ ২০১১৯
এনে কৰ্ণ কৈতকা আছিলা পৰি পৰি।
লঙ্গটাই কান্ধি দিলে কৰালৰ হৰি ॥

হেন অৰ্জ্জুনক আৰে নিন্দা পৰিহৰা।
আপুন কুশল হেতু আন চিন্তা কৰা ॥ ২০১২০
কৃষ্ণ ধনঞ্জয়ৰ মহিমা অদভূত।
এহি বুলি মৌন ভৈলা ভৰদ্বাজসুত ॥
ভীষ্মে উঠি বোলে দুৰ্য্যোধন নৃপবৰ।
মোহোৰ বচনে তই হেন খানি কৰ ॥ ২০১২১
বলৱন্ত সহিতে দন্দৰ কিবা কাজ।
আমাৰ বচনে বাপ দেহ অৰ্দ্ধ ৰাজ ॥
আপুনাৰ কুশলক চিন্তিয়ো আপুনে।
অৰ্দ্ধৰাজ্য পাণ্ডৱক দিয়ো এতিক্ষণে ॥ ২০১২২
অৰ্দ্ধৰাজ্য নেদস তাহাকো নেদো হাক।
তাৰে অৰ্দ্ধখানি ৰাজ্য দিয়ো পাণ্ডৱক ॥
তাতে তুষ্ট হৈবন্ত পাণ্ডৱ মহাশান্ত।
গুৰু গৌৰৱত ৰত ভকত একান্ত ॥ ২০১২৩

ধৃতৰাষ্ট্ৰ-বিদুৰ সংবাদ

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
এত হন্তে অস্তাঙ্গত ভৈল দিবাকৰ ॥
ৰাত্ৰি আসি মিলিল নিচিনি পৰাপৰ।
সমাজ বিসৰ্জি ৰাজা গৈল অভ্যন্তৰ ॥ ২০১২৪
ভীষ্ম আদি কৌৰৱ বিদুৰ মহাবল।
স্বকি স্বকি থানে চলি গৈলেক সকল ॥
পাণ্ডৱৰ বাৰ্ত্তা শুনি পৰম বিস্ময়।
ধৃতৰাষ্ট্ৰ নৃপতিৰ ভৈল মহাভয় ॥ ২০১২৫
নুকচে ভোজন কাকো নেদে সন্নিধান।
যেন মহাযোগীৰ লাগিল যোগ ধ্যান ॥
শয়ন কৰিলে নিদ্ৰা নিমিলয় ৰাত্ৰি।
অনন্তৰে বিদুৰক অনাইলন্ত মাতি ॥ ২০১২৬
বিদুৰ আসিলা ধৃতৰাষ্ট্ৰে শুনি তাক।
সকৰুণে অনেক বুলিলা প্ৰিয়বাক ॥
দেখা দেখা বাপু যে বিদুৰ আজি মোক।
কি কাৰণে মনৰ সুগুচে দুখ শোক ॥ ২০১২৭
বামউৰু বামভুজ কন্দে বামকটি।
কি কাৰণে বাপু মোৰ নাসয় কুমতি ॥

বিছন্তেয়ো সমস্ত শৰীৰ মোৰ পোৰে।
মৰণ বেলাত যেন সন্নিপাত জ্বৰে॥ ২০১২৮
মুকচে ভোজন পঞ্চামৃত যত ভোগ।
অভ্যন্তৰে পোৰে যেন গৰ্ভশূল ৰোগ॥
বিদুৰে বোলয় দদা সুমৰাইলা ভালে।
ডকৰৰ নিদ্ৰা নিমিলয় একো কালে॥ ২০১২৯
নিদ্ৰা নাসে চোৰৰ পৰৰ দেখি ধন।
নিদ্ৰা নাসে ব্যাধিমন্ত ৰোগী যিটো জন॥
নিদ্ৰা নাসে পৰৰ কৰিলে অপকাৰ।
নিদ্ৰা নাসে যাৰ শত অসংখ্যাত ধাৰ॥ ২০১৩০
পাণ্ডৱক অপকাৰ কৰি আছা আগে।
তোমাঠৈৰ নিদ্ৰা দদা নাসিবাক লাগে॥
কূটপাশ খেলি পাপ আচৰিলা ঘোৰ।
পাণ্ডৱৰ সম্বন্ধি তোমৰা খটচোৰ॥ ২০১৩১
ধৃতৰাষ্ট্ৰে বিদুৰে সম্বাদ ভৈল যত।
সংক্ষেপ পয়াৰে তাক নিবন্ধিবো কত॥
এহিমতে কথাতে আছয় দুয়োজন।
দুতয় প্ৰহৰ নিশি ভৈল নিৰ্বৰ্ত্তন॥ ২০১৩২
তথাপিতো নৃপতিৰ নিদ্ৰা নিমিলয়।
বিদুৰৰ শুনিয়া যুগুত বাক্যচয়॥
বিদুৰে বোলন্ত তযু পুত্ৰ মন্দ বৰ।
সৰ্ব্বকালে দুৰ্য্যোধন কপটৰ ঘৰ॥ ২০১৩৩
কৰ্ণ দুঃশাসন যে শকুনি সমে চাৰি।
আসম্বাৰ নিমিত্তে লাগিব মহামাৰী॥
কৌৰৱ-অৰণ্য মাজে তুমি বৃক্ষগোট।
পাণ্ডৱ-অগনি কৃষ্ণ বায়ুৰ আস্ফোট॥ ২০১৩৪
সকলে অৰণ্যখান পুৰি নিবে জুই।
তুমি মাত্ৰ ৰহিবাহা চেঞ্চা পোৰা হুই।
কৌৰৱক পাণ্ডৱে সমৰ্থ নিজ বলে॥
অগনিত বায়ু আৰ হৰি অনুকূলে॥ ২০১৩৫
একশত তনয় মৰিব তযু আগে।
শোক-অগনিত চেঞ্চা পোৰা হুইবে লাগে॥
শোক-মোহ আমাত নাহিকে বিদ্যমান।
সনাতন গুৰুত লভিলো দিব্যজ্ঞান॥ ২০১৩৬

ধৃতৰাষ্ট্ৰ বদতি বিদুৰ কৃপাময়।
মোক উপদেশ দিয়া সেহি জ্ঞানচয়॥
মনত গুচোক মোৰ বন্ধু বান্ধৱৰ।
তোমাৰ প্ৰসাদে তৰো শোক-সমুদ্ৰৰ॥ ২০১৩৭
বিদুৰে বোলন্ত মই শূদ্ৰা গৰ্ভে জাত।
মুহিকে উচিত জ্ঞান কহিবে তোমাত॥
যদি ইচ্ছা আছয় গুৰুক স্মৰো মনে।
ইঠাৰক লাগি চলি আসিব এখনে॥ ২০১৩৮
এহি বুলি বিদুৰে মনত কৰি সাৰ।
সনাতন গুৰুক স্মৰিলা বাৰম্বাৰ॥
ব্ৰহ্মাৰ তনয় ভৃগু বশিষ্ঠতো বৰ।
প্ৰমাণত দেখি যেন পঞ্চম বৎসৰ॥ ২০১৩৯
বিদুৰৰ বোলে লৰি গৈলন্ত তেখনে।
দ্বাদশ আদিত্য যেন প্ৰকাশে গগনে॥
অন্ধকাৰ ৰাত্ৰি দশোদিশ গৈল জ্বলি।
দেখিয়া বিদুৰে উঠিলন্ত কৃতাঞ্জলি॥ ২০১৪০
এত হস্তে গৃহত পশিলা সনাতন।
বিদুৰে মাথাত কৰি দিলন্ত আসন॥
পাদ্য অৰ্ঘ দিয়া ধৃতৰাষ্ট্ৰত জনাইল।
শুনি ধৃতৰাষ্ট্ৰে আসনৰ উঠি আইল॥ ২০১৪১
চক্ষু নাহি নেদেখে বিদুৰে নিলা ধৰি।
নমিলন্ত ধৃতৰাষ্ট্ৰে প্ৰদক্ষিণ কৰি॥
ধৃতৰাষ্ট্ৰে বিদুৰে পুছিলে যত যত।
ব্ৰহ্মাৰ তনয়ে কহিলন্ত সবে তত্ত্ব॥ ২০১৪২
এহিমতে পুছন্তে সংশয় দুৰ গৈল।
অনন্তৰে প্ৰভাত সময় আসি ভৈল॥
নৃপতিৰ আগে বিদুৰৰ বিদ্যমান।
প্ৰভাততে ব্ৰহ্মাপুত্ৰ ভৈল অন্তৰ্দ্ধান॥ ২০১৪৩
ধৃতৰাষ্ট্ৰে নিত্যকৰ্ম্ম অবসান কৰি।
পাত্ৰ সমে সমাজত বসিলা আৰৰি॥
ভীষ্ম দ্ৰোণ সমে কৌৰৱৰ শত ভাই।
কৰ্ণ অশ্বত্থামা শকুনিয়ো সেহি ঠাই॥ ২০১৪৪
বেঢ়ি বেঢ়ি আছে যত কুৰু বীৰগণে।
সঞ্জয়ক মাতি আনিলেক সেহি থানে॥

ধৃতৰাষ্ট্ৰে সঞ্জয়ক মাতিলেক পাচে।
পাণ্ডৱৰ লগত মাধৱো তৈতে আছে ॥ ২০১৪৫
পাণ্ডৱৰ অৰ্থে কৃষ্ণ কিছু বুলিলা মোক।
ধনঞ্জয়ে কি বুলিলা তাক কহিয়োক ॥
আমি জানো কৃষ্ণৰ কুটুম্ব দুয়ো ঘৰ।
বঢ়া-টুটা নাহি একো সম্বন্ধ কৃষ্ণৰ ॥ ২০১৪৬
কিবা পাণ্ডৱক যে অধিক স্নেহ কৰে।
কিবা দুয়ো ঘৰত সমান দামোদৰে ॥

---

ধৃতৰাষ্ট্ৰৰ আগত সঞ্জয়ৰ কৃষ্ণাৰ্জ্জুন সংবাদ কথন

বৈশম্পায়ন বদতি শুনিয়োে জন্মেজয়।
ধৃতৰাষ্ট্ৰ নৃপতিৰ বচনে সঞ্জয় ॥ ২০১৪৭
একে মন্দিৰতে কৃষ্ণ অৰ্জ্জুন শয়ন।
নিৰ্জনত ৰৈল দ্ৰৌপদীয়ো সেহি থান ॥
সত্যভামা সমে মাধৱক দেখি তথা।
সঞ্জয়ৰ মনত পৰিল সেহি কথা ॥ ২০১৪৮
মাধৱৰ ৰূপ সিটো বচন সুমৰি।
মূৰ্চ্ছা গৈল সঞ্জয় যে পৃথিৱীত পৰি ॥
মূৰ্চ্ছা গৈল সঞ্জয় মুকুত ভৈল চুলি।
দুই হাতে বিদুৰে ধৰিল তাঙ্ক তুলি ॥ ২০১৪৯
শুনি ধৃতৰাষ্ট্ৰ ৰাজা মনত বিকল।
গাৱত ঢালিলা আনি সুশীতল জল ॥
বস্ত্ৰ ধৰি বিছিলা সঞ্জয় সুস্থ ভৈলা।
পুনৰপি ধৃতৰাষ্ট্ৰে পুছিবাক লৈলা ॥ ২০১৫০
পুত্ৰতো অধিক স্নেহ তোক দশগুণে।
কি দেখিলি সঞ্জয় বিকল কি কাৰণে ॥
সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
অৰ্জ্জুনৰ গৃহত দেখিলো অনন্তৰ ॥ ২০১৫১
তাহাক সুমৰি মোৰ ৰোমাঞ্চ শৰীৰ।
বিচিত্ৰ সুন্দৰ ধনঞ্জয়ৰ মন্দিৰ ॥
হীৰা মৰকত যত মাণিক ৰাখৰে।
স্ফটিকৰ স্তম্ভ শাৰী শাৰী জিকি পাৰে ॥২০১৫২
মাণিক প্ৰদীপচয় প্ৰকাশয় আতি।
যাহাৰ প্ৰকাশে অজ্ঞানৰ দিনৰাতি ॥
স্থানে স্থানে পাৰিজাত মালতী বকুল।
দামে দামে থৈয়া আছে গুটিমালী ফুল ॥ ২০১৫৩
ধীৰে ধীৰে সুগন্ধি শীতল বায়ু বহে।
কুন্দ্ৰাক্ষৰ জালায়ে অগৰু ধূম্ৰ বহে ॥
ধূম্ৰক দেখিয়া ময়ূৰেও মেঘ বুলি।
গৃহত পৰিয়া নাচে পুচ্ছ তুলি তুলি ॥ ২০১৫৪
নকুল সহদেৱ অভিমন্যু আদি যত।
সাত্যকিয়ো যাইবাক নপাৰে যি থানত ॥
তথাতে আছন্ত বনমালী ধনঞ্জয়।
তৈক লাগি একদিনা চলি গৈলো মই ॥ ২০১৫৫
ডৰে একো দিশক নচাওঁ চক্ষু মেলি।
মাথে বস্ত্ৰ দিয়া ধীৰে ধীৰে গৈলো চলি ॥
অভ্যন্তৰে পশিলো শঙ্কিত কৰি বাট।
তথাত দেখিলো মই চাৰিখানি খাট ॥ ২০১৫৬
দুগ্ধফেন সম তুলি তাহাৰ উপৰে।
এখানি খাটত শুতিছন্ত দামোদৰে ॥
আজানুলম্বিত বনমালা শোভে গলে।
মকৰ কুণ্ডল ৰবি শশী সম জ্বলে ॥ ২০১৫৭
সজল জলদ অৰ্জ্জুনৰ শ্যামতনু।
ভ্ৰূৰযুগ জলে যেন মদনৰ ধনু ॥
বিশাল বৰ্ত্তুল দেখিলোহো চাৰি হাত।
চাৰি অস্ত্ৰ ধৰিবাৰ চিহ্ন আছে তাত ॥ ২০১৫৮
ঘুমটিৰ ছলে নেমেলন্ত দুই আখি।
গাৱে পীত বসন বিজুলী সম দেখি ॥
তথাতে দেখিলো সত্যভামা দেৱী আই।
মাধৱৰ লগত আছন্ত নিদ্ৰা যায় ॥ ২০১৫৯
অৰ্জ্জুনৰ পাৱ দুই দ্ৰৌপদীৰ কোলে।
সাৱটিয়া সুন্দৰী আছন্ত কাম ভোলে ॥
আৰৰ খাটত তান চৰণৰ পাচে।
অৰ্জ্জুনক দেখিলো তথাতে শুতি আছে ॥২০১৬০
ই তিনি ভুবনে যাক সম নাহি ৰূপে।
দ্ৰৌপদীয়ো শুতিছন্ত তাহান সমীপে ॥
সিংহৰ লগত যেন শুতিছে সিংহিনী।
অৰ্জ্জুনৰ লগে সেহিমতে যাজ্ঞসেনী ॥ ২০১৬১

দেখিলো কৃষ্ণৰ মই দুখানি চৰণ।
নিষ্কিঞ্চন জনৰ বাঞ্চনি মোক্ষ ধন ॥
ধ্বজ বজ্র পঙ্কজ অঙ্কুশ যাত জ্বলে।
এখানি দেখিলো অৰ্জ্জুনৰ বক্ষস্থলে ॥ ২০১৬২
বাতুল চৰণ অৰ্জ্জুনৰ শ্যামতনু।
মেঘত প্ৰকাশে যেন বাসৱৰ ধনু ॥
বাম যে চৰণ বামহস্তে সমে তাত।
থাপিলন্ত কৃষ্ণে সত্যভামাৰ কোলাত ॥ ২০১৬৩
অৰ্জ্জুনৰ পাৱ দুই দ্ৰৌপদীৰ কোলে।
সাৱটিয়া সুন্দৰী আছন্ত কাম ভোলে ॥
বিস্ময় ভৈলোহো কিবা সোপন সচেত।
তাসম্বাৰ শয়ন দেখিলো এহিমত ॥ ২০১৬৪
ৰোমাঞ্চ শৰীৰ মোৰ কাম্পয় হাত ভৰি।
মাটিতে বসিলো মই কৃতাঞ্জলি কৰি ॥
দণ্ডৱতে পৰি পৰি প্ৰণামো তথাতে।
উঠি উঠি কৃতাঞ্জলি কৰো দুই হাতে ॥ ২০১৬৫
মাতিবাক নুৱাৰিলো বচন নোলাই।
চিত্ৰৰ পুতলি যেন আছিলোহো চাই ॥
হৰিষে লোতক দুয়ো নয়নৰ বয়।
হেন কালে আমাকে দেখিলা ধনঞ্জয় ॥ ২০১৬৬
মোক দেখি অৰ্জ্জুনে কৃষ্ণত সঙ্কেতিল।
চৰণত টিপি মাধৱত জান দিল ॥
জাগিলন্ত কৃষ্ণও মেলিলা দুই আখি।
চৰণ থৈবাৰ খাটখানি আগে দেখি ॥ ২০১৬৭
চৰণে ঠেলিয়া মোক দিলন্ত বঢ়াই।
মাথা পাতি লৈলো মই খাটখানি পাই ॥
প্ৰদক্ষিণ কৰি চৰণৰ ধূলি লৈলো।
খাটখানি থৈয়া মই মাটিতে বসিলো ॥ ২০১৬৮
অনন্তৰে কৃষ্ণে মোৰ মুখ চাই চাই।
মধুৰ বচনে মোৰ আনন্দ বঢ়াই ॥
অল্প অল্প হাসি পুছিলন্ত লাসে লাস।
কি কাৰণে সঞ্জয় আসিলা মোৰ পাশ ॥ ২০১৬৯
আজি বোলো বিদায় কৰিলো বনমালী।
হস্তিনাপুৰক প্ৰতি চলি যাইবো কালি ॥
গোবিন্দে বোলন্ত অব্যাহতে চলি যাহা।
কিন্তু মোৰ বাৰ্ত্তা তুমি জেঠাত জানাহা ॥ ২০১৭০
ভ্ৰাতৃৰ তনয় প্ৰিয়পুত্ৰে এৱে সৰি।
তাঙ্ক দুখ দিলে যম যাতনাত মৰি ॥
ধৰ্ম্মময় বৃক্ষ যুধিষ্ঠিৰ মহাবল।
নকুল সহদেৱ তাতে ভৈল ফুল ফল ॥ ২০১৭১
ভীম ধনঞ্জয় দুই ভাই ভৈলা ডাল।
মই দৃঢ় শিফা মূলে ভেদিছো পাতাল ॥
ফল পুষ্পে শোভন সম্পূৰ্ণ দেখি যাক।
সহস্ৰ বাতাসে মিলি কি কৰিবে তাক ॥ ২০১৭২
অধম আচাৰ বৃক্ষময় দুৰ্য্যোধন।
দুই ডাল ভৈল তাৰ কৰ্ণ দুঃশাসন ॥
ফল পুষ্প ভৈল তাৰ ঊনশত ভাই।
পচা শিফা ভৈল তাৰ শকুনি মমাই ॥ ২০১৭৩
প্ৰচণ্ড বতাস হুইবে পাণ্ডৱসকল।
পাণ্ডৱ বায়ুৰ সখা মই নিজ বল ॥
অল্প বতাসতে সিটো বৃক্ষ ভাগি পৰি।
বৃক্ষৰূপ সমস্তে কৌৰৱ যাইবে মৰি ॥ ২০১৭৪
আকে জানি অৰ্দ্ধৰাজ্য দিয়ন্তোক আগে।
সব সিজিবেক দন্দ বিবাদ নলাগে ॥
সঞ্জয়ে বোলন্ত হেন কথা শুনি মই।
পুনৰপি মাধৱক বুলিলো বিনয় ॥ ২০১৭৫
কৌৰৱ যে পাণ্ডৱ কুটুম্ব দুয়ো ঘৰ।
আত কেনে বিষম দেখাহা দামোদৰ ॥
গোবিন্দে বোলন্ত মই সবে কাৰ্য্য বুজো।
কিন্তু ধনঞ্জয়ৰ ধাৰক নতু গুজো ॥ ২০১৭৬
স্বৰূপ বচন কহো শুনিয়ো সঞ্জয়।
এক দিকি প্ৰাণসম সখি ধনঞ্জয় ॥
আৰো দিকি আছে মোৰ যত পত্নীগণ।
যদুবীৰগণ সেহি দিকি সংকৰ্ষণ ॥ ২০১৭৭
পিতৃ মাতৃ সমে উগ্ৰসেন মহীপাল।
আপুনাৰ দেহকো আছিলো সেহি কাল ॥
বন্ধুগণ সহিতে এৰিবে পাৰো দেহ।
ততোধিক দশগুণে অৰ্জ্জুনকে স্নেহ ॥ ২০১৭৮

শৰীৰ পৰিলে পুনৰপি দেহ পাই।
প্ৰাণসম অৰ্জ্জুনক এৰণ নযায় ॥
প্ৰফুল্ল নয়ন পূৰ্ণানন্দ ঘনশ্যাম।
আপুনাৰ নয়নে দেখিলো অনুপাম ॥ ২০১৭৯
যোগীগণে যাহাক নপাৱে ধ্যান কৰি।
হেনয় কৃষ্ণৰ ঘৰ পৰশিলো ভৰি ॥
হেন শুনি ভীষ্ম দ্ৰোণে উঠি আসনৰ।
সাধু সাধু ভকত বৎসল দামোদৰ ॥ ২০১৮০
বাক্য গদ গদ মুখে সুমৰন্ত ৰাম।
পৃথিৱীতে মাধৱক কৰিলা প্ৰণাম ॥
সাধু সাধু ভকতবৎসল বনমালী।
দণ্ডৱতে বিদুৰো পৰিলা এহি বুলি ॥ ২০১৮১
পাণ্ডৱৰ পক্ষ যত কুৰু বীৰগণে।
ধৃতৰাষ্ট্ৰে মাধৱক নমিলেক মনে ॥
কৰ্ণ দুঃশাসন দুৰ্য্যোধন সমে বসি।
মাধৱৰ কথা শুনি তুলিলেক হাসি ॥ ২০১৮২
অন্যো অন্যে বুলিলেক মুখ চাই চাই।
যাদৱৰ সমান নিলাজ কেহো নাই ॥
কাৰ সখি নাহিকে এনুৱা কৈত আছে।
ভাৰ্য্যা স্বামী সমে চাৰিজন আগে পাচে ॥ '৮৩
স্বভাৱে লম্পট মাধৱৰ লাজ নাই।
অৰ্জ্জুনো পাগল ভৈল তাৰে সঙ্গ পাই ॥
কৰ্ণে উঠি বোলন্ত নাৰীসে মুখ্য ঘট।
মাধৱত পৰে নাই এনুৱা লম্পট ॥ ২০১৮৪
দুঃশাসনে বোলয় এনুৱা কাৰ আছে।
নাৰীত নিলাজ পৰ-আপুন নবাছে ॥
দুখী ভিক্ষী কাহাতো নাহিকে ভিন্ন পৰ।
দ্বাৰকা জুৰিলে খিলিক্লাৱে যে ইহাৰ ॥ ২০১৮৫
নিলাজ সঞ্জয় ইটো তাৰে কথা কহে।
তাকে শুনি প্ৰাণমন্ত ভীষ্ম পিতামহে ॥
অৰ্জ্জুনৰ দিকি ভৈল তাকে শুনি পিতা।
ৰাজ্য নেদো বোলন্তে কৰন্ত ৰৰ চিন্তা ॥ ২০১৮৬
তাকে শুনি উৰুৱান্ত বিদুৰ খুৰাই।
কুৰু নৃপতিৰ কেহো আন্টা নতু পাই ॥
ভীষ্মে উঠি বোলে দুৰ্য্যোধন শুন শুন।
কতনো কহিবো কুৰু নৃপতিৰ গুণ ॥ ২০১৮৭
দুঃশাসন শকুনি প্ৰবল কৰ্ণ তুমি।
কোন যুদ্ধে পাণ্ডৱৰ কাঢ়ি লৈলা ভূমি ॥
একথান হুয়া যত পাত্ৰ মন্ত্ৰী লোক।
কৃষ্ণক নিন্দস তেহে কি কৰিলে তোক ॥ '৮৮
পৰ্ব্বতক কিলাইলে হাতত দুখ পাই।
নভাগয় শিলা তাৰ ভুৰিভঙ্গ নাই ॥
অভিমান এৰি পাপী মনে মনে গুণ।
ত্ৰিভুৱনে পাণ্ডৱক সম আছে কোন ॥ ২০১৮৯
অৰ্জ্জুনৰ শৰে পক্কাকুল হুইবি মৰি।
তোহোৰ লগত আমি হুইবো সয়তৰি ॥
এহি বুলি ভীষ্মে যেৱে মৌন হুয়া ৰৈলা।
পুনৰ্ব্বাৰ সঞ্জয়ে যে কহিবাক লৈলা ॥ ২০১৯০
সঞ্জয় বদতি শুনা কৰ্ণ দুৰ্য্যোধন।
পাণ্ডৱৰ লগত অনেক বীৰগণ ॥
প্ৰথমতে শিখণ্ডী মাথাত দীৰ্ঘকেশ।
নীলবস্ত্ৰ পৰিধান শৰীৰ সুবেশ ॥ ২০১৯১
কৃষ্ণবৰ্ণ ঘোঁৰা কাউৰৰ ধ্বজ যাৰ।
ভীষ্মক বধিবে সেহি কৰে অঙ্গীকাৰ ॥
তাৰে ভাই ধৃষ্টদ্যুম্ন পুত্ৰ দ্ৰুপদৰ।
ত্ৰিশূল সদৃশ শৰ আতি ভয়ঙ্কৰ ॥ ২০১৯২
হৰে বৰ পাইলা ধৃষ্টদ্যুম্ন নাম যাৰ।
গুৰু দ্ৰোণ বধক কৰয় অঙ্গীকাৰ ॥
সময় উপেক্ষি কৌৰৱৰ দোষ সহি।
মহাকোপে ফোকাৰন্তে ভীম কাল আহি ॥ '৯৩
দুৰ্য্যোধন আদি কৌৰৱৰ শত ভাই।
অঙ্গীকাৰ পুৰি ভীমে মাৰিবে কোবাই ॥
দেৱতাৰ দুৰ্জ্জয় পৰম বলীয়াৰ।
পূজিলন্ত শঙ্কৰে বীৰত্ব দেখি যাৰ ॥ ২০১৯৪
হেন ধনঞ্জয়ে কৌৰৱক কোপ মনে।
সৰ্পে যেন ফোকাৰ তেজন্ত ঘনে ঘনে ॥

### ধৃতৰাষ্ট্ৰ-দুৰ্য্যোধনৰ বাক-বিতণ্ডা

ধৃতৰাষ্ট্ৰ বদতি শুনিয়ো দুৰ্য্যোধন।
দুৰ্জ্জনৰ সঙ্গত দুষ্টালি তোৰ মন ॥ ২০১৯৫
কৰ্ণ দুঃশাসন যে শকুনি মুখ্যপাত্ৰ।
তোক্ নষ্ট কৰিলেক তিনিজনে মাত্ৰ ॥
তিনিৰো বচন নুশুনিবি দুৰাচাৰ।
পাণ্ডৱক অৰ্দ্ধৰাজ্য দিয়ো আপুনাৰ ॥ ২০১৯৬
দ্ৰোণে শিখাইলন্ত অস্ত্ৰ শিখিল সকল।
তৈসানিয়ো পৰাক্ৰমী পাণ্ডৱ প্ৰবল ॥
আৰো দেৱতাৰ অস্ত্ৰ শিখিল সম্প্ৰতি।
পাণ্ডৱক জিনিবেক কাহাৰ শকতি ॥ ২০১৯৭
অৰ্জ্জুনৰ প্ৰহাৰ লভিয়া একে জোপে।
অনাযুদ্ধে ভঙ্গ দিবে ভীষ্ম দ্ৰোণ কৃপে ॥
দুৰ্য্যোধন বদতি নকৰো কাতো গহ।
নলাগে যুজিবে দ্ৰোণ ভীষ্ম পিতামহ ॥ ২০১৯৮
আকে মাত্ৰ সাধা কৰ্ণ থাকোক কুশলে।
শকুনি মমাই দুঃশাসন মহাবলে ॥
আপুনাৰ শত ভাই কৰিবো সমৰ।
পাণ্ডৱক লাগি মোৰ এতমান ডৰ ॥ ২০১৯৯
বৈৰক নিডলি ঘোৰ সময়ত ছেদো।
অঙ্গুষ্ঠ প্ৰমাণ ৰাজ্য পাণ্ডৱক নেদো ॥
ভীষ্মে উঠি বোলে এতমান গহ কাৰ।
দেৱতাৰ অংশে জাত পাণ্ডুৰ কুমাৰ ॥ ২০২০০
আছোক মনুষ্য নুৰাৰিবে দেৱগণে।
পাণ্ডৱক ৰণত জিনন্তা আছে কোনে ॥
দুৰ্য্যোধনে বোলয় চটুৰা বৰ তুমি।
পাণ্ডৱৰ আমাৰ জনম একভূমি ॥ ২০২০১
সিটো কুন্তী আমি গান্ধাৰীৰ গৰ্ভে জাত।
কেনমতে চাটু কথা কহিছা আমাত ॥
কৌৰৱ-পাণ্ডৱকুল সবে একে বংশ।
তাত কেনে প্ৰশস্ত পাণ্ডৱ দেৱ অংশ ॥ ২০২০২
বৃদ্ধৰ কুমতি হেন চাটু পটু বাক।
সেহি সেহি দেৱতা তোমৰা বোলা যাক ॥
কৌৰৱৰ খায়া মনে পাণ্ডৱৰ বশ্য।
চতুৰন্তা নাহি কেহো আমিতো মনুষ্য ॥ ২০২০৩
ধৃতৰাষ্ট্ৰ বদতি যে শুনিয়ো সঞ্জয়।
পাণ্ডৱৰ প্ৰবল কোননো বীৰচয় ॥
কৌৰৱক যুজিবাক উপায় বিস্তৰ।
কোনে কোনে উৎসাহ বঢ়াৱে পাণ্ডৱৰ ॥ ২০২০৪
সঞ্জয় বদতি যে বিৰাট নৃপবৰ।
সাত্যকিয়ো উৎসাহ বঢ়াৱে পাণ্ডৱৰ ॥
দ্ৰুপদ প্ৰমুখ্যে অসংখ্যাত ৰাজাগণ।
কৌৰৱক যুজিবাক সবাৰে যতন ॥ ২০২০৫
ধৃতৰাষ্ট্ৰে বোলে দুয়ো ঘৰে দন্দ কৰি।
কোন ঘৰে জিনিবে যাইবেক কোন মৰি ॥
ঘোৰ সমৰত কোন ঘৰ হুইবে জয়।
স্বৰূপ বচন মোত কহিয়ো সঞ্জয় ॥ ২০২০৬

### ব্যাস-ধৃতৰাষ্ট্ৰ সংবাদ

এতহন্তে ব্যাস আইলা সঙ্গে শিষ্যগণ।
সমাজক আসিলন্ত মুনি দ্বৈপায়ন ॥
ব্যাস আসিবাৰ শুনি ধৃতৰাষ্ট্ৰ ৰায়।
সুবৰ্ণৰ সিংহাসন দিলন্ত বঢ়াই ॥ ২০২০৭
পাদ্য অৰ্ঘ দিলা সঞ্জয়ৰ অনুমতি।
অনন্তৰে ধৃতৰাষ্ট্ৰে ব্যাসত বদতি ॥
শুনা শুনা পিতৃ যে স্বৰূপ বাক্য মোৰ।
কৌৰৱে পাণ্ডৱে যুদ্ধ মিলিবে দুৰ্ঘোৰ ॥ ২০২০৮
কোনে যুদ্ধে জিনিবে হাৰিবে কোনে ৰণ।
শুনি ব্যাসে সঞ্জয়ক বুলিলা বচন ॥
ধৃতৰাষ্ট্ৰে যি পুছিলা শুনিলোহো আমি।
আমাৰ আদেশে আক কহিয়োক তুমি ॥ '২০৯
সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
শুনিয়োক কহো যিবা জিনিবে সমৰ ॥
ক্ষমা দায়া লজ্জাত যাহাৰ তুষ্ট মতি।
ধৰ্ম্ম বিনা যাৰ অধৰ্ম্মত নাহি ৰতি ॥ ২০২১০
ধৰ্ম্মক নেৰিলে হৰি নছাৰন্ত সঙ্গ।
এতেকতে পাণ্ডৱৰ নাহি ৰণভঙ্গ ॥

বিচাৰত তেহে নৰনাৰায়ণ সাৰ।
কৃষ্ণ ধনঞ্জয় ৰূপে ভৈলা অৱতাৰ ॥ ২০২১১
পৃথিৱীৰ ভাৰ সংহৰিবে মন কৰি।
বধিবন্ত দুষ্ট দৈত্য দেৱতাৰ বৈৰী ॥
ধৃতৰাষ্ট্রে বোলে কৃষ্ণ ধনঞ্জয় মানো।
তই যে জানস মই কিসক নজানো ॥ ২০২১২
সঞ্জয়ে বোলন্ত তব নাহিকে ভকতি।
সৰ্ব্বদায়ে পুত্ৰগৃহবাসে আসকতি ॥
সি কাৰণে মাধৱক নজানাহা তুমি।
ভকতি প্ৰবলে গোবিন্দক জানো আমি ॥ '১৩
ধৃতৰাষ্ট্ৰ বদতি শুনিয়ো দুৰ্য্যোধন।
সঞ্জয়ে কহিলা শুনো কৃষ্ণো নাৰায়ণ ॥
কৃষ্ণক আনিলে পাণ্ডৱক ঐতে পাই।
ধেনুক বান্ধিলে যেন বৎসো তৈকে যায় ॥ '১৪
যুধিষ্ঠিৰ ৰাজাৰ কৃষ্ণসে আত্মা সাৰ।
মাধৱক আনি তই কৰিয়ো সৎকাৰ ॥
হেন শুনি দুৰ্য্যোধনে দিলেক উত্তৰ।
সৰ্ব্বকালে কৃষ্ণ কূট কপটৰ ঘৰ ॥ ২০২১৫
বাহিৰেয়ো কলীয়া ভিতৰে তাৰ কাল।
কপটীত শৰণ লৈলন্তে নাহি ভাল ॥
একোকালে কপটীত নকৰি বিশ্বাস।
আনক বাকলি দি আপুনি ভুঞ্জে শাস ॥২০২১৬
চোৰক ভণ্ডাৰ লুভুনীক হাণ্ডীশাল।
সৰ্পে-মুষে ইষ্টতা নৰহে চিৰকাল ॥
অৰ্জ্জুনে সহিতে যাৰে ইষ্ট দামোদৰ।
আছোক শৰণ নাম নুশুনো কৃষ্ণৰ ॥ ২০২১৭

---

শ্ৰীকৃষ্ণৰ লগত পাণ্ডৱৰ আলোচনা

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
আত অনন্তৰে কথা শুনা পাণ্ডৱৰ ॥
যুদ্ধক উদ্যোগ পাণ্ডৱৰ বীৰগণ।
অস্ত্ৰশস্ত্ৰ ধৰি যুজিবাক যাই মন ॥ ২০২১৮
ধৃষ্টদ্যুম্ন শিখণ্ডী বিৰাট যুযুধান।
নৃপতিৰ সমাজত ভৈল এক স্থান ॥
ভীমসেন নকুল যে সহদেৱ দুই।
সমাজত বসিলন্ত একস্থান হুই ॥ ২০২১৯
যুধিষ্ঠিৰ নৃপতি বসিলা সেহি স্থানে।
মাধৱে পাৰিয়া দিলা দিব্য সিংহাসনে ॥
যুধিষ্ঠিৰে মাধৱক দিয়াইলা আসন।
সেহিবেলা অৰ্জ্জুন তথাতে উপসন ॥ ২০২২০
সমাজ প্ৰবেশ দেখি তিনি মহাবল।
গাৱ চালি উঠিলেক সমাজ সকল ॥
সম্ভাষা কৰিলা মাতি যাক যেনমত।
যুধিষ্ঠিৰ প্ৰথমে বসিলা আসনত ॥ ২০২২১
ৰাজাগণ পাচে বসিলেক স্বকী স্থানে।
একাসনে বসিলা অৰ্জ্জুন নাৰায়ণে ॥
পাণ্ডৱক উপাসি গৌৰৱে বীৰবলে।
বাসৱক বেঢ়ি যেন ত্ৰিদশ সকলে ॥ ২০২২২
শুনি আছে সকল সমাজে নিৰন্তৰে।
যুধিষ্ঠিৰে কৃষ্ণক মাতিলা ধীৰে ধীৰে ॥
ইটো দুখ নিকাৰ সহিবো কত কত।
দেখা দেখা কৃষ্ণ পাণ্ডৱৰ দুখ যত ॥ ২০২২৩
মহা কূটপাশে দুৰ্য্যোধন দুৰাচাৰ।
ছলে বলে ৰাজ্য কাঢ়ি লৈলেক আমাৰ ॥
অদ্যাপিয়ো থিৰ নোহে উদবিগ্ন মতি।
দৰিদ্ৰৰ আশা যেন শাক অন্নে ৰতি ॥ ২০২২৪
দৰিদ্ৰজনৰ ইহলোকে সুখ নাই।
দিবে নপাৰিলে ইষ্ট-কুটুম্ব নপায় ॥
দৰিদ্ৰ জনৰ একে বনবাস বিনে।
পৰলোকে দুখী হৱে দানপুণ্যহীনে ॥ ২০২২৫
ধনবন্ত প্ৰাণীৰ সিজয় সবে ধৰ্ম্ম।
দিলে থৈলে তাহাক কৰয় সবে মৰ্ম্ম ॥
সহস্ৰ সংখ্যাত ধনবন্ত থাকে যাৰ।
দুৰ্গুণেয়ো সুগুণ সকলে যশ তাৰ ॥ ২০২২৬
এতেকে মাধৱ দুখী জানিবা আমাক।
ধনবন্ত দুৰ্য্যোধন জানিবাহা তাক ॥

সঞ্জয়ে কহিলা যত স্বৰূপ কথাক।
জানিবা কৌৰৱে ৰাজ্য নেদয় আমাক ॥ ২০২২৭
নিকাৰ স্মৰন্তে দ্রৌপদীৰ দেখি মুখ।
আত পৰে পাণ্ডৱৰ আছে কোন দুখ ॥
ক্ষত্রি জাতি ধিক হেন পৰম নিষ্ঠুৰ।
জ্ঞাতি বৈৰী হিংসা যেন কুকুৰে কুকুৰ ॥ ২০২২৮
মহাজ্ঞাতিবধ জানা পাতকক ডৰ।
শয়নতো নিদ্রা নিমিলয় ৰাত্রি মোৰ ॥
পিতামহ জেঠা সোদৰক কৰি হত।
কিবা সুখে পৃথিৱী লভিবো সমৰত ॥ ২০২২৯
মাধৱে বোলন্ত দদা হেনসে বিহিত।
শত্রুক নিদলি ৰাজ্য লৈবাক উচিত ॥
মহাদুখে বাট চাই পৰিহৰি শোক।
আশা কৰি আছন্ত তোমাৰ বন্ধু লোক ॥ ২০২৩০
এৱে যদি ৰণ এৰা ক্ষত্রিয়ৰ ধৰ্ম্ম।
শুনি তযু বন্ধুগণে কৰিবন্ত মৰ্ম্ম ॥
শুনা দদা হিতপৰ মন্ত্রণা যুগুত।
কৌৰৱৰ পাশে মোক পঠায়োক দূত ॥ ২০২৩১
তোমাৰ কাৰণে দূত হুয়া চলি যাওঁ।
ৰাজ্য দেই নেদে কৌৰৱত পুছি চাওঁ ॥
যদি ৰাজ্য নেদে সমৰক কৰি সাৰ।
কৌৰৱক মাৰি ৰাজ্য লৈয়ো আপুনাৰ ॥ ২০২৩২
হেন শুনি যুধিষ্ঠিৰে বুলিলন্ত বাক।
কোন মতে দূত কৰি পঠাইবো তোমাক ॥
মহাপাপী দুষ্ট দুৰ্য্যোধনৰ সমাজ।
শ্রীমদে অন্ধ কাকো নাহি ভয় লাজ ॥ ২০২৩৩
সৰ্ব্বকালে হিত তুমি জানিয়া আমাৰ।
পাপী দুৰ্য্যোধনে নকৰিবে সতকাৰ ॥
কটুৰতা অনেক বুলিবে মন্দ বাক।
সমাজত সিংহাসন নেদিবে তোমাক ॥ ২০২৩৪
মাধৱে বোলন্ত যাইবো কৌৰৱসমাজ।
সাধিবাক পাৰিবো আমিসে তযু কাজ ॥
তযু অৰ্দ্ধৰাজ্য খুজি চাওঁ আগধৰি।
ৰাজ্যক নিদিবে তাক জানো নিষ্ট কৰি ॥ ২০২৩৫

শুনা শুনা দদা নিষ্ট কৰি কহো সাৰ।
বিনা যুদ্ধে ৰাজ্য সুখে নেদিব তোমাৰ ॥
তথাপিতো যাইবো লোকঅপবাদ ভৰে।
সম্বন্ধত আমাৰ কুটুম্ব দুয়ো ঘৰে ॥ ২০২৩৬
লোকে হেন বুলিবে কৃষ্ণেসে ৰৰ মন্দ।
সমৰস্তি কৰি কিয় নভাঙ্গিলে দন্দ ॥
সি কাৰণে বংশৰ মাজত কটাকটি।
অন্যৰেসে দোষ নাই মাধৱৰ ঘাটি ॥ ২০২৩৭
হিত উপদেশ হেন যুগুত উত্তৰে।
যুধিষ্ঠিৰে কৃষ্ণক মাতিলা ধীৰে ধীৰে ॥
তযু মকৰন্দ পদ্মচৰণৰ ঘ্রাণে।
সদায়ে নিৰ্ম্মল চিত্ত মহাজন মানে ॥ ২০২৩৮
তযু লীলা গুণ কৰ্ম্ম সুমৰি সুমৰি।
তোমাৰেসে কৃপালেশে ভৱভয় ভৰি ॥
তুমি মোৰ নাৰায়ণ তাসম্বাৰ পতি।
তোমাৰ হেনসে স্নেহ পাণ্ডৱক প্রতি ॥ ২০২৩৯
অযুগুত কৰ্ম্ম সেৱকৰ যোগ্য নুই।
কৌৰৱৰ পাশক চলিবা দূত হুই ॥
দূত হুই যাইবা যেৱে তথাপি নবাধো।
এখানি গোচৰ তযু চৰণত সাধো ॥ ২০২৪০
কৌৰৱৰ হিংসাবাদ অপমান পাই।
তস্ক নামে চণ্ডালক সহন নযায় ॥
সি কাৰণে সমৰক অভিলাষ কৰো।
তথাপিতো জ্ঞাতি বধ পাতকক ডৰো ॥ ২০২৪১
এতেকেসে দুৰ্য্যোধন নৃপতিৰ পাশে।
মৃদুতৰ বচন বুলিবা লাসে লাসে ॥
ভেদ দণ্ড নুবুলি বুলিবা প্রিয় সাম।
ৰাজ্য নেদে যদ্যপি মাগিবা পাঞ্চ গ্রাম ॥ ২০২৪২
তথাপিতো আমাৰ দন্দত কাৰ্য্য নাই।
তাকে সেৱা কৰিয়া থাকিবো পাঞ্চো ভাই ॥
ভীমে উঠি বোলন্ত শুনিয়ো জনাৰ্দ্দন।
মহাঘোৰ সমৰক মোৰো নাহি মন ॥ ২০২৪৩
একে থানে জন্ম সবে কুৰু পাণ্ডৱৰ।
গুণি চাৱা কৃষ্ণ আমি কেনুৰ অন্তৰ ॥

নিৰ্মৰ্য্যাদ যদি দুৰ্য্যোধন দুৰাচাৰ।
তথাপি সম্বন্ধে হৱে ভাই আপুনাৰ ॥ ২০২৪৪
ভাই ভাই বিৰোধী দুগু́ণ বাক্য কহে।
সি সি মহাজন যিটো দুগু́ণকো সহে ॥
যদ্যপি বিৰোধী তভো ভাই আপুনাৰ।
ভাইৰ দোষ নসহি সহিবো দোষ কাৰ ॥ ২০২৪৫
গ্ৰীষ্মকালে সন্তোষ চন্দন বিন্দু পাইলি।
তেনয় সন্তোষ শুনি গোতৰৰ গালি ॥
ভিক্ষা মাগি খাইবো ঘৰে ঘৰে চিৰকাল।
তথাপি মাধৱ বিবাদত নাহি ভাল ॥ ২০২৪৬
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
কৃষ্ণে যেৱে শুনিলা ভীমৰ বাক্যচয় ॥
শিলা যেন পানী ভৈল অগনি শীতল।
হীন ভৈল যেন ব্ৰাহ্মণৰ তপবল ॥ ২০২৪৭
সৰ্ব্বকালে কঠিন কটুৰ ভয়ঙ্কৰ।
সকৰুণ বাক্য নাহি ভীমৰ মুখৰ ॥
ভীমৰ সদয় বাক্যে দুখ বৰ মন।
অনন্তৰে কৃষ্ণে তাঙ্ক বুলিলা বচন ॥ ২০২৪৮
শুনা শুনা ভীম যদি মহন্তৰ গোপ্য।
আজি কেনে এৰিলাহা কৌৰৱক কোপ ॥
কৌৰৱৰ অপকাৰ সুমৰি সুমৰি।
অৰণ্যৰ মাজত দাৰুণ গদা ধৰি ॥ ২০২৪৯
ক্ৰোধত পাসৰি জ্ঞান বাতুল আকাৰ।
মাথা থাপি গদাত আলম্বি বাৰে বাৰ ॥
ক্ৰোধে গদা ধৰিয়া ছাক্ষুলি বাৰম্বাৰ।
কৌৰৱ বুলিয়া অৰণ্যৰ চিন্তা মাৰ ॥ ২০২৫০
ভাই ভাই নাহিকে আলাপ ৰঙ্গ হাসি।
মহাশোকে দুখ যেন কুবেশী প্ৰবাসী ॥
কতো কতো নিদ্ৰা কৰা দুখ অপমানে।
সোপনতো কৌৰৱক পাম্বা সেহি থানে ॥ ২০২৫১
আৰ্ত্তনাদ কৰি আসি তুলি লৱা শূল।
লোকে দেখি বোলে ভীম ভৈলেক বাতুল ॥
সৰ্ব্বকালে জানো তুমি পুৰুষ বিষম।
আজি কেনে ভৈলা দদা নপুংসক সম ॥ ২০২৫২

বৃকোদৰ বদতি শুনিয়ো দামোদৰ।
নতু গুচে পৰাক্ৰম দুৰ্জ্জয় ভীমৰ ॥
শৰীৰতো বল আছে আছে গদা ঘোৰ।
লোক অপবাদক তথাপি ভয় মোৰ ॥ ২০২৫৩
লোকে হেন বুলিবে কপটী বৃকোদৰ।
এক বেলি দোষ নক্ষেমিলে ভায়েকৰ ॥
ভীষ্ম দ্ৰোণ সমস্তে কৌৰৱ আপুনাৰ।
তেসম্বে বুলিবে ভীম কিনো দুৰাচাৰ ॥ ২০২৫৪
ধনঞ্জয়ে বোলন্ত আমাৰো হেন মতি।
অলপৰ নিদানে দন্দৰ কিবা ক্ষতি ॥
একে থানে জনম কৌৰৱ-পাণ্ডুকুল।
দুয়ো ঘৰ তোমাৰ কুটুম্ব সমতুল ॥ ২০২৫৫
দুয়ো ঘৰ কুশলে থাকিবো চিৰকাল।
তুমি যাৰ কুটুম্ব তেৱেতো তাৰ ভাল ॥
নকুল বদতি দদা শুনা দামোদৰ।
যেনমত ৰুচিকৰ তোমাৰ মনৰ ॥ ২০২৫৬
সি বেলাত যেন হৱে প্ৰস্তাৱ বিহিত।
তেৱে তেন কৰিবা তোমাৰ মনোনীত ॥
সহদেৱ বদতি শুনিয়ো দামোদৰ।
নকৰিবা সমৱস্তি কুৰু-পাণ্ডৱৰ ॥ ২০২৫৭
সৰ্পে মুষে ইষ্টতা নৰহে চিৰকাল।
আৰ কি কৌৰৱে পাণ্ডৱক দেখে ভাল ॥
চুলে ধৰি দ্ৰৌপদীক ঘসাই আছে আগে।
পাণ্ডৱৰ মনত কৌৰৱ আৰো লাগে ॥ ২০২৫৮
কৌৰৱেয়ো আমাকে নেৰিব তঙ্ক ৰাগ।
কৈত শুনিয়াছা একে চোঙ্গে দুই বাঘ ॥
বতাসৰ তুলা যে শলাৰ যেন টোল।
যুধিষ্ঠিৰ ভীম অৰ্জ্জুনৰো সেহি বোল ॥ ২০২৫৯
তেসম্বে সুযুজে যদি কহো সাৰে সাৰ।
একেশ্বৰে কৌৰৱৰ চিন্তিবোহো মাৰ ॥
তুমি মাত্ৰ সহায় হৈবাহা চক্ৰপাণি।
নিগুটি কৰিবো কৌৰৱক শৰ হানি ॥ ২০২৬০
সহদেৱ বাক্যতত্ত্ব বিচাৰন্ত সাৰ।
শুনি ৰাজাগণে প্ৰশংসিলা বাৰম্বাৰ ॥

সাত্যকি বদতি দদা মোৰো এহি চিত। কহে ৰামসৰস্বতী আন কাম এৰি।
কৌৰৱক মাৰিতে সবাৰে মনোনীত ॥ ২০২৬১ পাতক ছাড়োক ডাকি বোলা হৰি হৰি॥ ২০২৬২

---

### দ্ৰৌপদীৰ বিলাপ

**লেছাৰী**

দ্ৰুপদনন্দিনী মনে গুণি স্বামীসকলৰ বাক্য শুনি
ৰাজহংসগতি চলি যান্ত ধীৰে ধীৰ।
যথাত আছন্ত দেৱহৰি নৃপতিসকলে মধ্য কৰি
তথাত চলিলা বহে নয়নৰ নীৰ ॥
নেতৰ বসন পৰিধান মাথাৰ মালতী কৰে ঘ্ৰাণ
বহল জঙ্ঘনি-তনু আতি মধ্য ক্ষীণ।
নিতম্ব যৌৱন স্তনভৰে শোকে নয়নৰ নীৰ ঝৰে
পূৰ্ণচন্দ্ৰ যেন কলঙ্কে ভৈলা মলিন ॥ ২০২৬৩
মাধৱৰ গৈয়া সমীপত দ্ৰুপদনন্দিনী উপগত
মাথে বস্ত্ৰ দিয়া বচন বুলিলা শোকে।
দেখা দেখা মোক দামোদৰ অনাথিনী নাহি মোত পৰ
দেখিলে বিপত্তি কুৰু সমাজৰ লোকে ॥
চুলে ধৰি দুঃশাসন বাঘে ধৃতৰাষ্ট্ৰ শ্বশুৰৰ আগে
ঘষাইলেক মোক অনাথিনী পৰবাসু।
পাঞ্চ পতি মোৰ সেহি থানে বিলাই বিপত্তি ভৈল মানে
আগতে আছিল গান্ধাৰিণী জ্যেষ্ঠা শাশু ॥ ২০২৬৪
পাঞ্চ পতি সমে পাশা জিনি দাসী কৰি দুৰ্য্যোধনে আনি
লাজ কৰিলেক ভীষ্ম শ্বশুৰৰ আগে।
সি বেলাত মোৰ নাহি আন তোমাৰ চৰণ কৰি ধ্যান
নাৰায়ণ নাম স্মৰিলো অনুৰাগে ॥
তেৱেসে শ্বশুৰে দিলে বৰ পাঞ্চ পাণ্ডৱক ধনুশৰ
উদাস কৰিলো পাঞ্চোপতি সমে মাগি।
কৌৰৱে আলোচি কৰি সাস পাঞ্চ পাণ্ডৱৰ বনবাস
চক্ৰাই খেদিলেক ঘোৰ অৰণ্যক লাগি ॥ ২০২৬৫
সিসে কৌৰৱৰ অপমানে হৃদয় পোৰয় মৰ্ম্মস্থানে
ভীমৰ বচনে বুজিলো সবে ৰবাই।
ধৰ্ম্ম নৃপতিৰ অভিপ্ৰায় তুমি যাইবা কৌৰৱৰ ঠাই
সাম্যতা বচনে বুলিবা তাক বুজাই ॥

ইবেলি কৌৰৱে আন এৰি মোক মাৰিবেক জুইত পুৰি
তেৱে পৰাক্ৰম ভীমৰ সিজে বৰাই।
তুমি বিনে ইটো দুখ ত্ৰাণ কৰন্তা নাহিকে মোৰ আন
ভীম-অৰ্জ্জুনৰ বীৰত্ব ভৈলেক ছাই ॥ ২০২৬৬
ধিকাৰ ভীমৰ বাহুবল ধিক্ অৰ্জ্জুনৰ ধনুশৰ
ক্ষত্ৰিয়জাতিৰ হেনসে কাতৰ তনু।
অসমৰ্থ ভৈলে দোষ নাই নপুংসক ভৈল পাঞ্চো ভাই
লৱা দামোদৰ আসম্বাৰ পাঞ্চ ধনু ॥
দ্রুপদ ৰাজাৰ বিদ্যমানে যজ্ঞবেদী আতি শুদ্ধথানে
জনম লভিলো দ্রুপদে তুলিলে মোক ।
ধৃষ্টদ্যুম্ন আদি শতভাই পিতৃ দ্রুপদেয়ো বৰ চাই
অজমীঢ় কুলে বিবাহ দিলে মোক ॥ ২০২৬৭
যাৰ সুকোমল বাক্য মধু পাণ্ডুনৃপতিৰ কুলবধু
প্ৰিয় ভাৰ্য্যা ভৈলো পাঞ্চো ভাই পাণ্ডৱৰ।
তুমি যাৰ সখা পদ্মপাণি আমি অসমৰ্থ কোন খানি
গুণি চাৱা প্ৰভু কোন গুণে হীনপৰ ॥

---

শ্ৰীকৃষ্ণৰ ওচৰত দ্ৰৌপদীৰ নিবেদন

ছবি

এহি বুলি যাজ্ঞসেনী কৃষ্ণৰ চৰণ খানি
তিয়াইলন্ত নয়নৰ লোহ।
দুখিতবৎসল জানি কায়বাক্যমনে মানি
সমৰ্পিলো পাঞ্চগুটি পোহ ॥ ২০২৬৮
ভাগিন বুলিয়া কৃষ্ণ অভিমন্যু তনয়ক
যেনমতে তান্ত তযু লুলি।
আমাৰো পুত্ৰক প্ৰভু তেনয় দেখিবা তুমি
আজি হস্তে দিলো তুলি তালি ॥
ভীম নৃপতিৰ মোৰ সম্বন্ধে দেৱৰ হৱা
অৰ্জ্জুনৰ সম্বন্ধত সখিং।
সম্বন্ধত সুভদ্ৰাৰ ভাই হৱা আপুনাৰ
সি কাৰণে প্ৰাণ সম দেখি ॥ ২০২৬৯

অনুবন্ধ উপভোগ দাসীকো নুহিকো যোগ
তযু আগে নুকচে কপটে।
সহদেৱ নকুলৰ সম্বন্ধে জেঠাল হৱা
সকল সম্বন্ধে মোত ঘটে ॥
সহদেৱ প্ৰবলৰ বীৰত্ব বচন শুনো
কৌৰৱক যুজিবাক মন।
ভীম নৃপতিৰ আৰো অৰ্জ্জুনৰ বাক্য শুনি
আতিশয়ে দহে মোৰ মন ॥ ২০২৭০
তেসম্বে সুযুজে যদি কৌৰৱক ভৱে ভয়ে
তভো মই দাসীৰ নিদানে।
অভিমন্যু সমে মোৰ পাঞ্চ তনয়ক লৈলা
কৌৰৱক সংহৰিবা ৰণে ॥
বুঢ়া পিতৃ দ্রুপদেয়ো মোৰ অৰ্থে যুজিবেক
ধৃষ্টদ্যুম্ন আদি ভাই শত।
তাসম্বাক সঙ্গে লই আপুনিয়ো খেদি গই
কৌৰৱক বধিবা ৰণত ॥ ২০২৭১

দুঃশাসন বধুলোকে কান্দিব অনেক শোকে
কান্দিবন্ত গান্ধাৰিণী শাশু।
তুমি পাইবা খেদি গই কাটিবা খড়্গাক লই
দুঃশাসন দুইখান বাহু॥
ধৰ্ম্মৰ বচন লই কৌৰৱৰ পাশে গই
সমৰস্তি কৰি দন্দ বাটা।
তেৱে বোলে অনুৰাগে পাচে যেহি কৰা লাগে
খড়্গ হানি আগে মোক কাটা॥ ২০২৭২
এহি বুলি যাজ্ঞসেনী বেণীবন্ধ মেলি চুলি
দুঃশাসনে ধৰি আছে যাত।
সেহিদিনা হস্তে ধৰি বান্ধিছন্ত ভিন্ন কৰি
মেলি দিলা কৃষ্ণৰ হাতত॥
দেখা দেখা জনাৰ্দ্দন কেশ ডালি বিতোপন
এহি বুলি দিলা হাতে হাত।
সমজ্যাৰ মাজে যাই ভায়েকৰ বোল পাই
দুঃশাসনে ধৰি আছে আত॥ ২০২৭৩
শোকতে বিকল ভৈল আজোৰন্তে চিণ্ডি গৈল
আজিয়ো দুখাই এক ফাল।
সেহিদিনা হস্তে আক ভায়েয়ো দিলন্ত হাক
লগত নবান্ধো এত কাল॥
যেতিক্ষণে দামোদৰ সমাজত কৌৰৱৰ
সমৰস্তি কৰা দন্দ ঘোৰ।
সেৱকিনী মানিয়োক যদি দায়া আছে মোক
সুমৰিবা কেশ ডালি মোৰ॥ ২০২৭৪
মাধৱেয়ো হাত মেলি দ্ৰৌপদীৰ কেশ ডালি
মেলি মেলি চাইলা ভাল কৰি।
মৃদু দীৰ্ঘ মনোৰম ময়ুৰৰ পুচ্ছ সম
পটন্তৰে নাহি যাক সৰি॥
ৰাজসূয় অভিষেক ৰাজাভাৰ্য্যা সহস্ৰেকে
যাৰ খোপা পূজিলা হৰিষে।
মাধৱে মেলিলা যদি দ্ৰৌপদীৰ কেশ ডালি
সেহি ঘ্ৰাণ বহে দশোদিশে॥ ২০২৭৫
কেশৰ সুৰভি ঘ্ৰাণে সমাজ আমোদ কৰে
চাহি আছে নৃপতি সকলে।
কান্দি কান্দি যাজ্ঞসেনী কৃষ্ণৰ চৰণ খানি
তিয়াইলন্ত নয়নৰ জলে॥
বিপ্ৰমধ্যে সাৰোদ্ধাৰ কবি চুড়ামণি যাৰ
নাম ভৈল কুল প্ৰকাশক।
অদ্যাপি যশস্যা ভৈল উপাসন্তে কাল গৈল
ভক্তিভাৱে শ্ৰীহৰি হৰক॥ ২০২৭৬
তানে শ্ৰেষ্ঠ পুত্ৰ সন্ত গোবিন্দক উপাসন্ত
ভাগৱত শাস্ত্ৰে যাৰ ৰতি।
বেদ যে পুৰাগণে নকহন্ত যাতে বিনে
তান পাৱে কৰিয়া ভকতি॥
গুণৱন্ত বংশধৰ তেহে কবি চন্দ্ৰবৰ
সম্বন্ধত সোদৰ আমাৰ।
যাৰ মহা কৃপালেসে শিক্ষা উপদেশ স্নেহে
ইটো পদ কৰিলো প্ৰচাৰ॥ ২০২৭৭
ভাই যেন ভায়েকক পিতৃ যেন তনয়ক
গুৰু যেন শিষ্যত বিনীত।
জনমে জনমে মই আন একো নবাঞ্চোহো
তানে দুই পদে হৌক ৰত॥
আমি পুনু হীনমতি বোলো ৰামসৰস্বতী
তুমি পুনু মহন্ত সকল।
হেন জানি নিন্দা এৰি শুনা সবে নৰনাৰী
ধৰা কৃষ্ণ চৰণ কমল॥ ২০২৭৮
ভাৰতৰ পদচয় বিৰচিলো যেন নয়
মনোৰথ কৰয় সাফল।
জানি থিৰ মনে ধৰি ৰাম বোলা উচ্চ কৰি
ক্ষয় হৌক পাতক সকল॥ ২০২৭৯

---

### শ্ৰীকৃষ্ণৰ দ্ৰৌপদীক প্ৰবোধ

**পদ**

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
দ্ৰৌপদীক প্ৰবোধ কৰিলা দামোদৰ॥
মাধৱে বোলন্ত শুনা দ্ৰুপদদুহিতা।
কৌৰৱক লাগি তুমি নকৰিবা চিন্তা॥ ২০২৮০

সত্যে সত্যে কহো যে সংগোপ্য কৰি সাৰ।
অল্পকালে কৌৰৱ হৈবেক বুন্দামাৰ ॥
শুনিয়ো দ্রৌপদী মই কহিলো বুজাই।
যেই সেই নজানে আমাৰ অভিপ্রায় ॥ ২০২৮১
মই জানো পাপী দুৰ্য্যোধন বৰ মন্দ।
কদাচিতো মই তাৰ নভাঙ্গিবো দন্দ ॥
ভেদ মতি যেন হৱে কন্দল সংগ্রাম।
বাস্তৱত আমাৰ যাইবাৰ এহি কাম ॥ ২০২৮২
মই যাওঁ যদি পাণ্ডৱৰ দূত হুই।
কৌৰৱৰ গৃহত পশিল সোণগুই ॥
দুৰ্য্যোধন আদি কৌৰৱৰ ভাৰ্য্যা যত।
তুমি শোকে ক্রন্দন কৰাহা যেনমত ॥ ২০২৮৩
ততোধিক ক্রন্দন কৰিব শোকে দুখে।
দ্রুপদনন্দিনী তুমি পৰিহৰা শোকে ॥
বেদবাক্য বৃথা নাহি জানা সাৰেসাৰ।
কদাচিতো মিছা নুহি বচন আমাৰ ॥ ২০২৮৪
সাগৰ শুখাই যদি স্বৰ্গ পৰে ভাগি।
চলয় পৃথিৱী যদি ৰসাতল লাগি ॥
জলথল পাতাল যদ্যপি একাকাৰ।
তথাপিতো মিছা নাহি বচন আমাৰ ॥ ২০২৮৫
মাধৱৰ প্রবোধে দ্রৌপদী শান্ত ভৈলা।
ধীৰে ধীৰে সুন্দৰীয়ো অভ্যন্তৰে গৈলা ॥

——

শ্রীকৃষ্ণৰ কৌৰৱৰ ৰাজসভালৈ গমন

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
দ্রৌপদীক প্রবোধ কৰিলা দামোদৰ ॥ ২০২৮৬
প্রবোধন্তে কথাতে অৰ্দ্ধেক ৰাত্রি গৈল।
মাধৱ যাইবাৰ হেন কথা নিষ্ট ভৈল ॥
এত হন্তে সমাজ বিসৰ্জি যুধিষ্ঠিৰ।
শয়ন কৰিলা পাচে আপুন মন্দিৰ ॥ ২০২৮৭
সুৱৰ্ণৰ খাটত শুতিলা নৰেশ্বৰ।
মনে কৃষ্ণচৰণ সুমৰি নিৰন্তৰ ॥
স্বকী স্বকী থানে চলি গৈলেক সকলে।
মাধৱেয়ো শয়ন কৰিলা কৌতুহলে ॥ ২০২৮৮
যথা কালযোগে সিটো ৰাত্রি ভৈল হত।
অৰুণ উদয় ৰবি কিঞ্চিত বেকত ॥
সেহিবেলা সুত যে মাগধ বন্দী গই।
মাধৱক প্রবোধিলা তালযন্ত্র লই ॥ ২০২৮৯
সেহিবেলা প্রভু উঠিলন্ত হৃষীকেশ।
শৌচ ক্রিয়া অন্তে স্নানমন্দিৰে প্রবেশ ॥
যুধিষ্ঠিৰে নিয়োজিলা কন্যা যে সকল।
সুৱৰ্ণৰ কলসে কলসে ঢালে জল ॥ ২০২৯০
স্নান কৰি কৃষ্ণে বেদবিহিত তথাতে।
আদিত্যক উপাসা কৰিলা বিধিমতে ॥
দেৱতাক নমিলা আদিত্য অগ্নি সোম।
অনন্তৰে কৃষ্ণে পাচে কৰিলন্ত হোম ॥ ২০২৯১
পাচে অভ্যাগতক কৰাইলা স্নান পান।
হোম অৱসানে ব্রাহ্মণক দিলা দান ॥
দান লভি হাতত ধৰিয়া ফুল ফল।
আশীৰ্ব্বাদ কৰিলন্ত ব্রাহ্মণসকল ॥ ২০২৯২
গাৱে গাৱে ব্রাহ্মণৰ নমিলা চৰণ।
পাচে আশীৰ্ব্বাদ লৈলা দৈৱকীনন্দন ॥
এহিমতে নিত্যকৰ্ম্ম অৱসান কৰি।
পাচে সিংহাসনত বসিলা দেৱহৰি ॥ ২০২৯৩
বেঢ়ি বেঢ়ি আছে পাণ্ডৱৰ যত বীৰ।
সাত্যকিক কৃষ্ণে মাতিলন্ত ধীৰে ধীৰ ॥
শুন শুন সাত্যকি মোহোৰ বোল জান।
দাৰুকক আদেশা সাজোক ৰথখান ॥ ২০২৯৪
গদা খড়্গ সাৰঙ্গ অক্ষয় তুণ বাণ।
ৰথতে নিবন্ধি মোৰ থৌক থানে থান ॥
নুবুজিয়া চিত্ত কুৰু সমাজ কপটী।
জানো দন্দ ভাঙ্গন্তে লাগয় কাটাকাটি ॥ ২০২৯৫
মাধৱৰ বাক্য শিৰোগত কৰি সাৰ।
দাৰুকৰ আগত সাত্যকি পয়োসাৰ ॥
মাধৱৰ আদেশ সাত্যকি মুখে শুনি।
ৰথখান নিৰ্ম্মিলন্ত অনেক যতনি ॥ ২০২৯৬
সব্য যে সুগ্রীৱ মেঘপুষ্প বলাহক।
ৰথত যুৰিলা আনি চাৰিয়ো ঘোটক ॥

সুৱৰ্ণ দৰ্পণ দিলা ঘোটকৰ মাথে।
গৰুড় ধ্বজক আনি তুলিলন্ত ৰথে ॥ ২০২৯৭
নানা ৰত্নে জিকি পাৰে দেখি চিকিমিক।
কৃষ্ণৰ আগত ৰথ যোগাইলা দাৰুক ॥
উচ্চ ৰথখান চাৰি ঘোঁৰা হৃষ্ট পুষ্ট।
ঘোঁৰা দেখি মাধৱৰ মন ভৈল তুষ্ট ॥ ২০২৯৮
এতহন্তে অন্তেষপুৰৰ কন্যাগণে।
কতো দুৰ্ব্বাক্ষত দিলা কতো আলিম্পনে ॥
কুম্ভে জল ভৰি ফুল পল্লৱে শোভন।
দ্ৰোণ ভৰি ভৰি থৈলা দুৰ্ব্বাক্ষতগণ ॥ ২০২৯৯
সুহি গ্ৰীষ্ম সুহি শীত শৰতৰ অন্তে।
কাৰ্ত্তিকৰ শেষত আগ্ৰাণ নতু হন্তে ॥
ধৌম্যে অগ্নি জ্বালিলন্ত মঙ্গল বিশেষ।
ডেৱ দিয়া ৰথত উঠিলা হৃষীকেশ ॥ ২০৩০০
সাত্যকিকো ৰথত তুলিলা জনাৰ্দ্দন।
ডেৱ দিয়া দাৰুকেয়ো চড়িলা তেখন ॥
ভীম ধনঞ্জয় মাদ্ৰীসুত ভিন্নে ভিন্নে।
যুধিষ্ঠিৰে যাত্ৰা আসি দিলন্ত আপুনে ॥ ২০৩০১
মাধৱৰ যাত্ৰা শুনি আনন্দিত মন।
ইন্দ্ৰে সমে আসিল ত্ৰিদশ দেৱগণ ॥
নাৰদ তুম্বৰু আদি মুনি অপৰ্য্যন্ত।
অপেস্বৰা নাচয় গন্ধৰ্ব্বে গীত গান্ত ॥ ২০৩০২
আঠাইশ সহস্ৰ ঋষি আসিল সকল।
আগহস্তে কুশ বামহস্তে গঙ্গাজল ॥
দেখি কৃষ্ণে ৰথে সমে প্ৰদক্ষিণভাৱে।
দেৱতাক ঋষিক নমিলা গাৱে গাৱে ॥ ২০৩০৩
দেৱগণে পুষ্প বৰিষিলা ৰথ ঢাকি।
মুনিগণে ফল বৰিষিলা আমলকী ॥
ঋষিগণে মন্ত্ৰ পঢ়ি পৱিত্ৰ কোঁমল।
ৰথত কুশৰ অগ্ৰে সিঞ্চিলন্ত জল ॥ ২০৩০৪
সিবেলাত ভৈল দশোদিশ সুপ্ৰসন্ন।
ধীৰে ধীৰে বহে মন্দ মলয়া পৱন ॥
মাধৱৰ যাত্ৰা দেখি পশুপক্ষীগণ।
দক্ষিণ বামক লাগি কৰিলা গমন ॥ ২০৩০৫
অশোভন যিটো অমঙ্গল সৰ্ব্বকাল।
হেন পশুপক্ষীগণ গৈল বামফাল ॥
সুশোভন পশুপক্ষী দক্ষিণক গৈল।
সজ্জন জনৰ মন আনন্দিত ভৈল ॥ ২০৩০৬
যেতিক্ষণে পয়াণ কৰিলা জগন্নাথ।
হস্তিনাপুৰত ভৈল ঘোৰ উতপাত ॥
অনাবাৱে বৃক্ষ ভাগে ৰুধিৰ বৰিষে।
ঘোৰ অন্ধকাৰময় ভৈল দশোদিশে ॥ ২০৩০৭
হস্তী-ঘোঁৰা কান্দে অনামেঘে বজ্ৰ পৰে।
দেখি কুৰুসমাজ আকুল ভৈল বৰে ॥
মাধৱো আনন্দে চলি যান্ত ৰাজপথে।
যুধিষ্ঠিৰ চৰিলন্ত মাধৱৰ ৰথে ॥ ২০৩০৮
নিজ ৰথে চড়ি চলি গৈলা ৰাজাগণ।
পাঞ্চোভাই গৈলা আগবঢ়াইবাক মন ॥
দাৰুকে ডাকন্ত ৰথ চলে সমগতি।
অনন্তৰে যুধিষ্ঠিৰ কৃষ্ণত বদতি ॥ ২০৩০৯
পিতামহ ভীষ্ম দ্ৰোণ খুৰাই বিদুৰে।
মোৰ অৰ্থে মাধৱ সবাৰে চিত্ত পোৰে ॥
শয়নে ভোজনে মোক কৰে আশীৰ্ব্বাদ।
যাৰ পদে নিস্তৰিলো দুৰ্ঘোৰ প্ৰমাদ ॥ ২০৩১০
মোৰ অৰ্থে স্নেহ এৰিলন্ত দেৱ ৰাষ্ট।
নিদাৰুণ বুকত বান্ধিলো মই কাষ্ঠ ॥
পিতৃ মৰিলন্ত আমি পাঞ্চগুটি ভাই।
কৌৰৱে নিকাৰ কৰে অনাথিতি পাই ॥ ২০৩১১
পাখি ঢাকি শিশুক চটকে যেনমত।
তাৰ গুণ সুজিবো বধিবো সমৰত ॥
দুৰ্য্যোধনে পূজা কৰে পূৰি মনকায়া।
তথাপিতো তিনিবো আমাক বৰ দয়া ॥ ২০৩১২
কৌৰৱৰ পাশে তুমি চলা মহাবল।
তাসম্বাক প্ৰণামিবা আমাৰ বোদল ॥
জোগৃহদাহৰ কথা কহিল আমাত।
বিদুৰক আশংসিবা শূদ্ৰ গৰ্ভে জাত ॥ ২০৩১৩
ঘনে ঘনে আমাৰ নয়নে নীৰ বহে।
কুন্তীক স্মৰন্তে মোৰ পৰাণ নসহে ॥

পাণ্ডুৱৰ মাতা যে মাধৱ তযু পেসী।
অনাথিতি কৰি আমি ভৈলোহো বিদেশী ॥ '১৪
এক দণ্ডে যুগ যায় আমাক স্মৰন্তে।
নজানো মৰিল কিবা আছয় জীৱন্তে ॥
বনবাসে আসো দুখ অপমান পাই।
সিবেলাতো লগতে আসয় কুন্তী আই ॥ ২০৩১৫
পাচে পাচে আসন্ত পাৰন্তে দীৰ্ঘ গেৰি।
তেৱে আমি তথাতে লুকাইলো আইক এৰি ॥
উলটিয়া গৈল পুনু নগৰক লাগি।
বিদুৰে পোষন্ত এৱে শাক অন্ন মাগি ॥ ২০৩১৬
স্বভাৱে ভিক্ষুক দুখী বিদুৰ খুৰাই।
ভিক্ষুকৰ অতিথি দুখুনী কুন্তী আই ॥
মাতৃক স্মৰন্তে মোৰ প্ৰাণখানি দহে।
কিমতে বহিবো প্ৰভু চিত্ত থিৰ নোহে ॥ ২০৩১৭
নিতে নিতে কৌৰৱেয়ো দেই অপমান।
আমাসাৰ শোকত বিবৰ্ণ মুখ তান ॥
তুমি বিনে দুখৰ নাহিকে পৰিত্ৰাণ।
মোৰ পদে যাইবা কুন্তী জননীৰ থান ॥ ২০৩১৮
পাঞ্চোভাইৰ বদলে কুন্তীক নমস্কাৰ।
ভিন্নে ভিন্নে মাধৱ কৰিবা পাঞ্চবাৰ ॥
তযু সঙ্গে চলি যাউক মত্ত ষাঠি হাথী।
বলৱন্ত যোদ্ধা যাউক দশ মহাৰথী ॥ ২০৩১৯
আনো অসংখ্যাত চলি যাউক ৰথীচয়।
আগে পাচে তোমাক আৱৰি সমস্তয় ॥
পথে ঘাটে পৰাঠক দুৰ্জ্জনক ভয়।
বলৱন্ত চলোক হাজাৰ সেনাচয় ॥ ২০৩২০
শকটত তুলি তুলি বিস্তৰ সম্ভাৰ।
পসাৰী লগতে সাজি চলোক আপাৰ ॥
ভোজনৰ সম্ভাৰ লগতে যাউক লই।
কৌৰৱত আশে যেন নথাকাহা ৰই ॥ ২০৩২১
দাসদাসী অনেক চুলোক লগ ধৰি।
যি কাৰ্য্যত লাগে যেন শীঘ্ৰে দেই কৰি ॥
ধনঞ্জয় বদতি শুনিয়ো প্ৰাণসখি।
কৌৰৱক বুলিবা আমাৰ কাৰ্য্য লখি ॥ ২০৩২২
চাটু কৰি নুবুলিবা বোলো সাৰেসাৰ।
অৰ্দ্ধৰাজ্য নেদিলে চিন্তিবো মহামাৰ ॥
ওৰ কুসুমৰ বৰ্ণ ৰুধিৰে লেপিত।
মোৰ শৰে কাটিবো পৰিবে পৃথিৱীত ॥ ২০৩২৩

---

### ভীমৰ ক্ৰোধ আৰু শ্ৰীকৃষ্ণৰ ধৃতৰাষ্ট্ৰৰ সমীপলৈ যাত্ৰা

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
অৰ্জ্জুনৰ বাক্যে ক্ৰোধ উঠিল ভীমৰ ॥
দ্বাদশ হাজাৰ মত্ত গজৰ প্ৰবল।
ডাঙ্গৰ শৰীৰ যেন পৰ্ব্বত সচল ॥ ২০৩২৪
বায়ুৰ তনয় ভীমসেন মহাযোধ।
অৰ্জ্জুনৰ বাক্যে কৌৰৱৰ বৰ ক্ৰোধ ॥
ক্ৰোধ-সত্য-বেগ-মত্ত বচন নোলাই।
আৰ্ত্তনাদ কৰিলন্ত মাধৱক চাই ॥ ২০৩২৫
ভীমৰ আটাস বজ্ৰসন্ধানতো টান।
দুয়োহাতে মাধৱে ঢাকিলা দুয়োকাণ ॥
সিবেলাত তথাতে যতেক ৰাজাগণ।
পৃথিৱীত পৰি সবে ভৈল অচেতন ॥ ২০৩২৬
দাৰুকেয়ো পৰিলন্ত হামুকুৰি খাই।
সাত্যকিয়ো পৰিলাহা শ্ৰুতি-বুদ্ধি নাই ॥
ৰথগতি মন্দ ভৈল নাহি কিছু যোৰ।
জুল্টি খাই পৰিল ৰথৰ চাৰি ঘোৰ ॥ ২০৩২৭
কৌৰৱক কোপে ভীম আৰকত বৰ্ণ।
কতোবেলি শ্ৰুতি লভিলেক ৰাজাগণ ॥
বচনে ভীমক কৃষ্ণে পূজিলা বহুত।
তুমি বীৰশ্ৰেষ্ঠ কৌৰৱৰ যতদুত ॥ ২০৩২৮
যুধিষ্ঠিৰে লগত পঠাইলা যতমানে।
মাধৱৰ লাগ লৈলা ত্বৰিত গমনে ॥
আথবঢ়াই কৃষ্ণক বিচিত্ৰ গ্ৰাম পাই।
তৈবেপৰা উলটি আসিলা পাঞ্চোভাই ॥ ২০৩২৯
লগত আসিলা ফিৰি নৃপতিসকল।
শঙ্খ শিঙ্গা বাৱত মেদিনী টলবল ॥

সিবেলা শোভন সুশোভিত ভৈল পথ।
চলি যান্ত মাধব দাৰুকে ডাকে ৰথ ॥ ২০৩৩০
সুপথ গমনে শ্ৰান্ত নাহিকে ভাগৱ।
মধ্যাহ্নবেলাত নিবৰ্ত্তিলা দিবাকৰ ॥
যথা যথা চলন্ত মাধৱ জনাৰ্দ্দন।
তথা তথা নগৰনিবাসী কন্যাগণ ॥ ২০৩৩১
ভাই-বেটা-স্বামীকে লগত লৈয়া সাজে।
উপায়ন বস্তু লৈলা মুখ ঢাকি লাজে ॥
ব্ৰাহ্মণৰ বেদপাঠ তুলত ব্ৰাহ্মণী।
উপায়ন বস্তুক যোগান্ত ভিনে ভিনি ॥ ২০৩৩২
এহিমতে পথত চলন্ত হৃষীকেশ।
এৰাইলন্ত বহু মৎস্যনৃপতিৰ দেশ ॥
এৰাইলন্ত নদী নদ গ্ৰাম বহুতৰ।
পাচে পশিলন্ত হৰি ৰাজ্য কৌৰৱৰ ॥ ২০৩৩৩
দুয়োফালে কুসুম মাজত ৰাজআলি।
ফলে ফুলে শোভন পৰিছে হালি হালি ॥
নাগেশ্বৰ বকুল কদম্ব শাল তাল।
তাৰ মাজে মাজে গৃহচয় ভাল ভাল ॥ ২০৩৩৪
পানীশালা অন্নশালা আছে ভাল ভাল।
পন্থশ্ৰমী যত লোক ৰহয় সকল ॥
তাক ছাড়ি কতোক্ষণে যান্ত হৃষীকেশ।
বৃকস্থল নামে গ্ৰামে ভৈলন্ত প্ৰবেশ ॥ ২০৩৩৫
পাণ্ডৱৰ প্ৰিয় ৰাজ্য সুশোভন স্থলি।
ছলে দুৰ্য্যোধনে কাঢ়ি লৈলে পাশা খেলি ॥
তাৰ যত নৰনাৰী সকলে মহন্ত।
পাণ্ডৱৰ কুশলক সততে বাঞ্ছন্ত ॥ ২০৩৩৬
বৃকস্থল নামে গ্ৰাম নাহি পটন্তৰ।
সেহিদিনা তথাতে ৰহিলা দামোদৰ ॥
মাধৱক দেখিয়া যতেক নৰনাৰী।
সপুত্ৰবান্ধৱে চলিলন্ত শাৰী শাৰী ॥ ২০৩৩৭
দণ্ডৱতে কৃষ্ণক নমিলা সামৰাজে।
কৰযোৰ কৰি বোলে শুনা যদুৰাজে ॥
পাণ্ডৱৰ সুহৃদ তোমাত পৰে নাই।
আজি ৰহিয়োক থানিতেক থাকো চাই ॥ ২০৩৩৮
জগতনায়ক তুমি ব্ৰহ্মাদিৰো দেৱ।
জানি শুনি তোমাক পাণ্ডৱে কৰে সেৱ ॥
তুমি পাণ্ডৱক স্নেহ কৰা অবিশ্ৰান্ত।
তথাপি পাণ্ডৱে এতমান দুখ পান্ত ॥ ২০৩৩৯
আৰ এক কথা কহো শুনা যদুপতি।
পাণ্ডৱৰ পক্ষ হন্তে আমাৰ বিপত্তি ॥
নিশাভাগে চৰ ফুৰে দুষ্ট কৌৰৱৰ।
পাণ্ডৱক প্ৰশংসা কৰয় কোন নৰ ॥ ২০৩৪০
গ্ৰাম নগৰত থাকি অলক্ষিত হুই।
অকস্মাত কোনো জনে পাণ্ডৱ বোলয় ॥
তেৱে তাৰ পলাইলেয়ো নাহিকে নিস্তাৰ।
পোতাশালে বন্দী কৰি ভুঞ্জাৱে নিকাৰ ॥ ২০৩৪১
কৌৰৱৰ বিপত্তিক নযায় সহন।
তোমাৰ চৰণে প্ৰভু পশিলো শৰণ ॥
এহি বুলি নৰনাৰীগণ নিৰন্তৰ।
মাধৱক ৰহিবাৰ দিলে বাসাঘৰ ॥ ২০৩৪২
মহন্ত ভকত যত উপাসিয়া ৰৈল।
কতোলোকে কৌৰৱত জনাইবাক গৈল ॥
নিঃশঙ্ক নিৰ্ভয় সুশিক্ষিত দূত দুই।
ধৃতৰাষ্ট্ৰ ৰাজাত জনাইলে আগ হুই ॥ ২০৩৪৩
দূতলোকে বোলে শুনিয়োক নৰেশ্বৰ।
বৃকস্থলে আসি ৰহিছন্ত দামোদৰ ॥
পাণ্ডৱে পঠাইলা তাসম্বাৰ দূত হুই।
তযু আগে আসিব সাত্যকি সমে দুই ॥ ২০৩৪৪
কালি কৃষ্ণ আসিব কহিলো সাৰেসাৰ।
যেন লাগে আলোচ কৰিয়ো আপুনাৰ ॥
ধৃতৰাষ্ট্ৰে শুনিলন্ত আসিৱন্ত হৰি।
অধোমুখে নৃপতি ৰহিলা মৌন ধৰি ॥ ২০৩৪৫
আসিৱন্ত কৃষ্ণ পাণ্ডৱৰ দূত হুই।
অৰ্দ্ধৰাজ্য খুজিলে নেদিলে ভাল নুই ॥
পুত্ৰৰ কাৰণে ৰাজ্যে নপাৰো দিবাক।
কৰ্ণ-দুঃশাসন শকুনিয়ে দেই হাক ॥ ২০৩৪৬
ৰাজ্য দিবে প্ৰতি আৰো মোৰো ইচ্ছা নাই।
কোনে পাণ্ডৱক ৰাজ্য দিবে চক্ষু খাই ॥

শ্ৰীকৃষ্ণৰ আগমন বাৰ্ত্তাত ধৃতৰাষ্ট্ৰৰ নগৰ জাতিকাৰ কৰণৰ আদেশ

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
আত অনন্তৰে ধৃতৰাষ্ট্ৰে নৃপবৰ॥ ২০৩৪৭
বিদুৰক দ্ৰোণক ভীষ্মক নিলে মাতি।
ভূৰিশ্ৰৱা সমে আৰো যতেক নৃপতি॥
দুঃশাসন দুৰ্য্যোধন সমে শত ভাই।
কৰ্ণ অশ্বত্থামা গান্ধাৰীয়ো সেহি ঠাই॥ ২০৩৪৮
নিশাভাগে সভাখান ভৈলেক ডাঙৰ।
মধ্যত ৰহিলা ধৃতৰাষ্ট্ৰ নৃপবৰ॥
আনো ৰাজাগণ বসিলেক সভা চানি।
সবাকো সম্মুখি ধৃতৰাষ্ট্ৰে বোলে বাণী॥ ২০৩৪৯
বৃকস্থলে আসি ৰহিছন্ত যদুৰায়।
কালি প্ৰভাততে আসিবন্ত মোৰ ঠাই॥
পাণ্ডৱৰ অৰ্দ্ধৰাজ্য খুজিবাক মনে।
দূত হুই আপুনি আসিলা নাৰায়ণে॥ ২০৩৫০
দিবো বা নিদিবো কোন খানি হোৱে ভাল।
আলোচিয়া তুমি সবে কহিয়ো সকাল॥
মোৰ মনে ৰাজ্য দিবে নাহিকে কিঞ্চিত।
আৰ কি পাণ্ডৱে কৌৰৱক দেখে হিত॥ ২০৩৫১
সৰ্ব্বকালে বৃকোদৰ দাৰুণ কপটী।
পাশা খেলি কৌৰৱে কৰিছে লটিঘটি॥
আৰো ৰাজ্য পাইলে কৌৰৱৰ হৈবে কাল।
গুণি চোৱা গুৰু দ্ৰোণ কোন খানি ভাল॥ '৫২
শিশুকাল হন্তে জানো ভীমৰ মহত্ত্ব।
পাণ্ডুপুত্ৰ পাঞ্চ তাৰা মোৰ একশত॥
একদিনা শিশুগণ সবে লগ লই।
ফল খাইবে প্ৰতি গৈল ভীমত নকই॥ ২০৩৫৩
অমৃত সমান ফল পবিত্ৰ কোমল।
তাতে গৈয়া চৰিলন্ত ছৱালসকল॥
বৃকোদৰে ফুৰি চাই ছৱাল নেদেখি।
পাচে পাচে খেদি গৈল খোজক নিৰেখি॥ ২০৩৫৪
লাগ পায়া বৃক্ষৰ গুৰিতে ভৈল থিয়।
দেখি শিশুসকলৰ উৰি গৈল জীব॥
ভীমৰ মূৰ্ত্তিক দেখি বালকসকল।
কৰে কাণা কাণি বোলে হেৰা পাইলা কাল॥ '৫৫
নোখোজন্ত ফল কাতো বোলে খাইবো মাগি।
ছাৰিবে খোজন্ত সবে বৃক্ষ পৰে ভাগি॥
মোক এৰি আসিলে মনত কোপ কৰি।
জঙ্কাৰিবে লাগিল বৃক্ষৰ মূলে ধৰি॥ ২০৩৫৬
ডাল ভাঙ্গে ফল সবে যত শিশুগণ।
পৃথিৱীতে পৰি সবে হৱে অচেতন॥
কতো শিশুগণ আতি মৰণক ভয়।
গাছত সাৰটি ধৰি কাতৰ কৰয়॥ ২০৩৫৭
ক্ষমা কৰা বৃকোদৰ আমাক ৰাখিয়ো।
সৱে ফল দিবো মোৰ প্ৰাণ নমাৰিয়ো॥
আজি হন্তে লাগ লৈবো নপাৰিবো গালি।
সৰ্ব্বদায়ে থাকিবো তোমাৰ আজ্ঞা পালি॥ '৫৮
হেন ভীম স্মৰন্তে মোহোৰ ধাতু যায়।
সবে মান সুজিবে যদ্যপি ৰাজ্য পায়॥
এত হন্তে সভাখান আকুলিত ভৈল।
হুৰ হুৰ শৱদে বোলেক উঠি গৈল॥ ২০৩৫৯
সাধুৰ আনন্দ দুৰ্জ্জনৰ মনে কষ্ট।
বোলে কি কাৰণে আসে মাধৱ অনিষ্ট॥
অন্যো অন্যে বোলে যাৰ যেন অভিপ্ৰায়।
ভীষ্মে উঠি বোলন্ত ৰাজাৰ মুখ চাই॥ ২০৩৬০
শুনা শুনা বাপু ধৃতৰাষ্ট্ৰ মন কৰি।
প্ৰভাততে কালি শুনো আসিবন্ত হৰি॥
যাক দৰশনে হৱে সবে কৰ্ম্ম নাশ।
ব্ৰহ্মা গৌৰী শঙ্কৰে কৰন্ত অভিলাষ॥ ২০৩৬১
কালি হেন কৃষ্ণক দেখিবো নেত্ৰ ভৰি।
কি মোৰ আনন্দ সুমৰন্ত হৰি হৰি॥
গোষ্ঠি উদ্ধাৰক পাণ্ডৱত পৰে নাই।
যাৰ ভক্তিবলে হৰি কিঙ্কৰ পৰাই॥ ২০৩৬২
যাক ধ্যানে যোগীৰো নিৰ্ম্মল হোৱে মন।
সপুত্ৰবান্ধৱে তান পূজিয়ো চৰণ॥
গোবিন্দ আসিলে হেন কৰিবাক লাগে।
আপুনাৰ ৰাজ্যখান এৰি দিয়া আগে॥ ২০৩৬৩

পাচে পাণ্ডৱক আনি কৰি সতকাৰ।
বিভাগিয়া অৰ্দ্ধৰাজ্য দিবা আপুনাৰ ॥
তেবেসে উচিত কথা হোৱয় আমাৰ।
লোকে যেন দোষ দিবে নপাৰয় আৰ ॥ ২০৩৬৪
দ্ৰোণৰ সম্মত এহি মোৰো নিষ্ট বাণী।
কুশলে থাকিবে যদি কৰ এহি খানি ॥
বৈশম্পায়ন বদতি শুনিয়ো মহাশয়।
সবাকো সম্বুধি পাচে বিদুৰে বোলয় ॥ ২০৩৬৫
শুনিয়োক মহাৰাজা এহি খানি কৰা।
কিঞ্চিতেকো কপট কৃষ্ণত পৰিহৰা ॥
সবাৰো ঈশ্বৰ হৰি ব্ৰহ্মাৰো নমস্য।
তথাপিতো ভকতজনৰ মাত্ৰ বশ্য ॥ ২০৩৬৬
আকে জানি যত আছে ধন ৰত্ন বিত্ত।
কৃষ্ণৰ চৰণে অৰ্পি পূজিবে উচিত ॥
যত দিয়া মানে তাৰ নমাগিবা ফল।
তেৱে মনোৰথ সিদ্ধি হুইবেক সকল ॥ ২০৩৬৭
ধৃতৰাষ্ট্ৰ বদতি মনৰ প্ৰিয়কৰ।
কৃষ্ণক পূজিবে ইচ্ছা মোহোৰ মনৰ ॥
যত আছে মোৰ ধন ৰত্ন অসংখ্যাত।
কৃষ্ণক পূজিবো কালি বিচিত্ৰ সভাত ॥ ২০৩৬৮
কালি মোৰ মহিমা দেখোক চক্ৰপাণি।
এত দিন পাণ্ডৱে নিদিছে যিবা খানি ॥
কালি মই প্ৰথম পূজাতে দিবো তাক।
পাণ্ডৱক তেজি যেন ভজয় আমাক ॥ ২০৩৬৯
অযুতেক ঘোৰা দিবো তিনি শত ৰথ।
পাঞ্চশত দন্তাল দিবোহো ময়মত্ত ॥
পৰম সুন্দৰ একশত দিবো দাস।
দাসীগণ দিবো দৰশনে অভিলাষ ॥ ২০৩৭০
হাজাৰেক কন্যা দিবো বাছি বাছি আনি।
দৰশনে মোহ যেন যান্ত চক্ৰপাণি ॥
নাৰীৰ লোভত মোহ হুয়া বনমালী।
পাণ্ডৱক পাসৰিব তাসম্বাক পাইলি ॥ ২০৩৭১
শুনিয়োক বাপু দুৰ্য্যোধন মহাবল।
সসৈন্যে সহিতে তই এতিক্ষণে চল ॥
যেহি পথে দিয়া আসিৱন্ত দামোদৰ।
তথা তথা গৃহসব সজায়ো বিস্তৰ ॥ ২০৩৭২
চৌপন্থা পদূলিগণ কৰ জাতিষ্কাৰ।
নাৰীগণে তাতে বসি থাকোক আপাৰ ॥
অসংখ্যাত বস্ত্ৰ দ্ৰব্য সুসম্ভাৰ লই।
গোবিন্দ আসন্তে হেন মঙ্গল কৰয় ॥ ২০৩৭৩
গৃহগণ নিৰ্ম্মাণ কৰোক যতমান।
দধি দুগ্ধ ষড়ৰস থৌক থানে থান ॥
কৰ্পূৰ তাম্বূল থৈবা জিৰাইবাৰ ঠাই।
মাধৱক আসন্তে যেন থাকন্ত জিৰাই ॥ ২০৩৭৪
শুনা সভাসদ পাত্ৰ মন্ত্ৰী যত লোক।
ঝাণ্টে নগৰক সালঙ্কৃত কৰিয়োক ॥
হস্তিনাপুৰত ঠাই সবাতে বিশেষ।
দুঃশাসন গৃহত বহিবা হৃষীকেশ ॥ ২০৩৭৫
শুনি ধৃতৰাষ্ট্ৰক প্ৰশংসে সামৰাজে।
ব্যাসৰ সন্ততি একে বিদুৰত বাজে ॥
বিদুৰ বদতি দদা পৰম সুবোধ।
এখানি গোচৰ কৰো নকৰিবা ক্ৰোধ ॥ ২০৩৭৬
হুইতো তুমি কৃষ্ণক পূজিবা নানাভাৱে।
শুনি শুনি আমাৰ আনন্দ মন হৱে ॥
ধন ৰত্ন দিবা জানো পৰম নিৰ্ম্মল।
এখানি দোষত জানা সকলে বিফল ॥ ২০৩৭৭
যেন গঙ্গাজল আনি পিয়ে কোনো নৰে।
তেখনে পাতক হৰে নিঃশেষ জন্মৰে ॥
সেহি গঙ্গাজল যদি সুৰাসমে থায়।
আছোক পাতক হৰে তাৰো জাতি যায় ॥২০৩৭৮
সেহিমতে দাদা তুমি বোলা যতমানে।
সকলে বিফল দেখো তামসিক দানে ॥
মুখত অমৃত হৃদয়ত বিষঘট।
পাণ্ডৱক লাগি তোৰ এতেক কপট ॥ ২০৩৭৯
কৰা মনে হেন আশা পাণ্ডৱক এৰি।
অৰ্থলোভে তযু পক্ষ হৈবা দেৱহৰি ॥
অন্ধকৰ অন্ধ বুদ্ধি হেন লৱে মনে।
সিংহ এৰি শৃগালক ভজে কোন জনে ॥ ২০৩৮০

পাণ্ডৱে কৰিছে বশ্য হৃদয়তে পাই।
প্ৰেমজৰী বান্ধি আছে মেৰাই মেৰাই ॥
পাণ্ডৱক বঞ্চি ৰাজ্য নেদিবাক মন।
ইঙ্গিততে জানিবন্ত দৈৱকী নন্দন ॥ ২০৩৮১
হস্তী ঘোৰা ধন ৰত্ন যত দেশ মানে।
সবে সুহি অৰ্জ্জুনৰ বাক্যৰ সমানে ॥
পাণ্ডৱক তোমাসাৰ বঞ্চিবাক মন।
দিয়া মানে নলৈৱন্ত দৈৱকী নন্দন ॥ ২০৩৮২
বসিবাৰ ঠাইখানি ভৃঙ্গাৰৰ জল।
কৰ্পূৰ তাম্বুল বাক্য পৱিত্ৰ কোমল ॥
এহিমানে হৈবে দদা তোমাঠৈৰ হানি।
আতপৰে অধিক নলৈবা চক্ৰপাণি ॥ ২০৩৮৩

### দুৰ্য্যোধনৰ দম্ভালি আৰু ভীষ্মৰ ক্ৰোধ

দুৰ্য্যোধনে বোলে ভাল বুলিলা খুৰাই।
প্ৰশংসো তোমাৰ বাক্য কিছো দোষ নাই ॥
ধনৰত্ন দিয়া লাগে প্ৰাণ আপুনাৰ।
কপটীক বশ্য কৰিবেক কোন নৰ ॥ ২০৩৮৪
শুনা পিতৃ কহো মই পূজাৰ নিদান।
তিনিবিধ প্ৰাণীৰ পূজাৰ যেন থান ॥
উত্তমক পূজিলে মহত ধৰ্ম্ম হয়।
সামান্যক পূজিলাত ইষ্টতা বাঢ়য় ॥ ২০৩৮৫
অধমক পূজিলে দুগুণে পাৱে লাই।
চোতাল ছাড়িয়া পাচে মজিয়াক যাই ॥
অধম দুৰ্জ্জন কৃষ্ণ যদু কুলাঙ্গাৰ।
তাহাক পূজিবে ইচ্ছা ভৈলেক তোমাৰ ॥ '৮৬
স্ত্ৰীলুভী কৃষ্ণৰ আনত কাৰ্য্য নাই।
কি কৰিবে ধনৰত্ন তাৰে কোনে খাই ॥
ভীষ্মে উঠি বোলে শুন ৰাজা দুৰ্য্যোধন।
তযু সম দুৰ্জ্জন যতেক ৰাজাগণ ॥ ২০৩৮৭
তাসম্বাৰ পূজাত কৃষ্ণৰ শ্ৰদ্ধা নাই।
এখানি বচন মোৰ কৰিবি আটাই ॥
সভামাজে আসি কৃষ্ণে যি বোলন্ত তোক।
সেইখানি কৰ যদি কিনি থস মোক ॥ ২০৩৮৮

দুৰ্যোধনে বোলয় কৰিবো মই তাক।
আমিয়ো এখানি কৈলো নেদিবাহা হাক ॥
কালি হেন হোৱে যদি কৃষ্ণ আসে ঐক।
সাজু হুয়া থাকিবাহা মহাৰথী লোক ॥ ২০৩৮৯
কৃষ্ণে যেন নজানে পৰম যত্ন কৰি।
সমাজত গোবিন্দক বন্দী কৰো ধৰি ॥
পোতাশালে থৈবো নিয়ে জিঞ্জিৰী লগাই।
তিতিনি দিনত যেন এক সাজ্জি খাই ॥ ২০৩৯০
তেৱে আৰো পাণ্ডৱে এৰিবে ৰাজ্যআশ।
পুনৰপি আপুনি চলিবে বনবাস ॥
মহাশোকে বিকল পাণ্ডৱ পাঞ্চোভাই।
কৃষ্ণক মেলাইবে প্ৰতি কৰিবে উপায় ॥ ২০৩৯১
নেমেলিবো কৃষ্ণক পৰম ক্ৰোধ মোৰ।
অধিকে কৰিবো মই যাতনা দুৰ্ঘোৰ ॥
ডাঢ়ি নখ বাঢ়োক বিকৃত ৰূপ হুই।
দেখি নাৰীগণে যেন তাহাক নচাই ॥ ২০৩৯২
ভোজনক নেদিবো শুখাউক সবে কায়।
দেখিয়া মহন্তে যেন অপমান পাই ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
হেন শুনি মহাক্ৰোধে উঠিল ভীষ্মৰ ॥ ২০৩৯৩
সভামাজে উঠি কোপে কম্পমান কায়।
শনাইত খড়্গখান লৈলন্ত খসাই ॥
দুৰ্য্যোধন মুখ চাই মহাকোপে আতি।
মুহূৰ্ত্তেকমানে বীৰে আছিল নমাতি ॥ ২০৩৯৪
মনত বোলন্ত খড়্গ হানি কাটো শিৰ।
দেখন্তোক কৌৰৱী পাণ্ডৱী যত বীৰ ॥
এহি মনে গুণি গৈলা ভৰি পাঞ্চ সাত।
আৰোখানি গুণি পাচে ৰহিলা তথাত ॥ ২০৩৯৫
দুৰ্জ্জন জনৰ বৈৰী আসন্ত সাক্ষাত।
বিহন্তোক দুৰ্জ্জনৰ দণ্ড যেত মত ॥
পাণ্ডৱৰ বৈৰী ইটো তেসম্বো প্ৰবল।
হঠাৎকাৰ ক্ৰোধত আমাৰ কোন ফল ॥ ২০৩৯৬
এহি বুলি খড়্গখান আছাৰি পেলাই।
বুলিলন্ত ধৃতৰাষ্ট্ৰ নৃপতিক চাই ॥

শুনৰে অন্ধক তোৰ পুত্ৰ ভৈল কাল।
শুনিলিহি ইহাৰ মন্ত্ৰণা কেন ভাল ॥ ২০৩৯৭
এহি কুট বুদ্ধিত চলিবি যমথান।
মাধৱদ্ৰোহীৰ নাহি কহিতো কল্যাণ ॥
অগনিৰ আগে যেন পিপিলিকাবাস।
কৃষ্ণক ধৰন্তে সবান্ধৱে হুইবি নাশ ॥ ২০৩৯৮
দুৰ্য্যোধনে যতেক বোলয় নিন্দাবাক।
কি কাৰণে পাপী শুনন্তেও নেদ-হাক ॥
পাণ্ডৱে প্ৰৱৰ্ত্তে তোত পুত্ৰ যেন আন।
তই কেনে বঞ্চক ভৈল্লিহি অগিয়ান ॥ ২০৩৯৯
এহি বুলি মৌন ভৈলা শান্তনুনন্দন।
কোপে দুৰ্য্যোধনক চাহন্তে ঘনে ঘন ॥
সিবেলাত ভীষ্মৰ দেখিয়া কোপানল।
নিশবদে থাকিলেক সমাজ সকল ॥ ২০৪০০
পূৰ্ব্ববতে সভাত নবসি মহাবলী।
ৰোষ কৰি আপুন ভৱনে গৈলা চলি ॥
সিটো ৰাত্ৰি বীৰে নিদ্ৰা পৰিহাৰ কৰি।
কৃষ্ণ ৰাম গোপাল স্মৰিলা হৰি হৰি ॥ ২০৪০১
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
যেতিক্ষণে সভা ছাড়ি গৈলা মহাশয় ॥
তেতিক্ষণে উৎপাক মিলিল ভয়ঙ্কৰ।
মৰণ লক্ষণ কহে কৌৰৱ কুলৰ ॥ ২০৪০২
আকাশত গ্ৰহযুদ্ধ হুলস্থূল শুনি।
ঘনে ঘনে তিনিবাৰ কম্পিল ধৰণী ॥
দেখি মহাশোক কৰে শিষ্ট সাধুজনে।
দ্ৰোণো উঠি চলি গৈলা অসন্তোষ মনে ॥ ’৪০৩
তেসম্বেয়ো গৈলা যেৱে অসন্তোষ মনে।
পুনৰপি আলোচ কৰয় দুৰ্য্যোধনে ॥
ধৃতৰাষ্ট্ৰ নৃপতি কৰন্ত বৰ শোক।
দুষ্ট পুত্ৰ দেখিয়া সবেয়ো তেজে মোক ॥ ২০৪০৪
ধৃতৰাষ্ট্ৰ বোলে বাপু মোৰ বোল কৰ।
কৃষ্ণত ধৰিবে বুদ্ধি কিঞ্চিতো নকৰ ॥
আৰো বুজাইলেক ৰাজা যুগুত বচনে।
উথৰা ভূমিক কি কৰিবে বৰিষণে ॥ ২০৪০৫

### শ্ৰীকৃষ্ণৰ সপ্তঋষি দৰ্শন আৰু হস্তিনা প্ৰবেশ

কৌৰৱৰ কথা যত এহিমানে থওঁ।
কি কৰিলে প্ৰভাতে কৃষ্ণৰ কথা কওঁ ॥
প্ৰভাততে নিত্যকৰ্ম্ম অৱসান কৰি।
সাত্যকি সহিতে ৰথে চৰিলন্ত হৰি ॥ ২০৪০৬
ৰাজপথে দাৰুকে ডাকন্ত ৰথখান।
বৃকস্থলবাসী আসি ধৰিলা যোগান ॥
মাধৱৰ আগে পাচে বেঢ়ি নাৰীনৰ।
আগবাঢ়ি গৈলা যেন অপাৰ সাগৰ ॥ ২০৪০৭
দুই দণ্ডমানে পথ আগ বঢ়াই থৈল।
হৰিধ্বনি কৰি পাচে সেসিথানে ৰৈল ॥
আত অনন্তৰে কথা শুনা অনুপাম।
ব্ৰহ্মাৰ মানসপুত্ৰ সপ্তঋষি নাম ॥ ২০৪০৮
গোবিন্দ চলিল দেখি মহাবেগে খেদি।
আসিলন্ত স্বৰ্গভুৱনৰ পথ ভেদি ॥
মাধৱৰ ৰথবেগ দেখি মুনিগণ।
আগভেণ্টি ৰহিলেক সপ্তঋষিগণ ॥ ২০৪০৯
মাধৱে দেখন্ত দুয়োপাশে ঋষিগণ।
ৰথহন্তে নামি গৈয়া নমিলা চৰণ ॥
গোবিন্দে বোলন্ত গুৰু মোৰ বৰ ভাগ।
ব্ৰহ্মপুত্ৰ তোমাক মনুষ্যে পাইলো লাগ ॥ ’১০
সপ্তঋষি বদতি মাগিবো এক বৰ।
তিনিয়ো ভুৱনে যাক নাহি সমসৰ ॥
নুখুজিবো অন্যত্ৰ লোকত যিবা পাই।
কালবেগে নষ্ট হৱে তাতো দোষ নাই ॥ ২০৪১১
যাক পাইলে ব্ৰহ্মাৰ পদত নাই ৰতি।
আমাক দিয়োক প্ৰভু সুপ্ৰেম ভকতি ॥
চৰণৰ ধূলি দিয়ো ব্ৰহ্মাৰ বাঞ্ছিত।
আৰো এক গোচৰ শুনিয়ো মনোনীত ॥ ’১২
কৌৰৱৰ পাশে তুমি চলা যি কাৰণ।
নজানিবে মন্দমতি কৰ্ণ দুৰ্য্যোধন ॥
তাক আমি বিদিত কৰিবে প্ৰতি যাওঁ।
তযু সঙ্গে যদি আপুনাৰ আজ্ঞা পাওঁ ॥ ২০৪১৩

যি সভাক যাবা তুমি ধৰ্ম্মপ্ৰৱৰ্ত্তক।
সি সভাৰ মাজে গৈয়া দেখিবো ভীষ্মক॥
বিদুৰক দেখিবোহো সাক্ষাতে দ্ৰোণক।
বাহ্লিক সৌবল আৰো কৃপ আচাৰ্য্যক॥ ২০৪১৪
ধৰ্ম্মশীল সাধু যত কুৰুবৃদ্ধগণ।
তুমি সমে আলোচ কৰিবা ৰঙ্গমন॥
তাক আমি দেখিবো নয়ন ভৰি কালি।
তুমি যেবে অনুজ্ঞা দিবাহা বনমালী॥ ২০৪১৫
অত্ৰাৱতী ব্ৰহ্মভুবনক সীমা কৰি।
দেৱতাৰ সভাক দেখিছো ফুৰি ফুৰি॥
নতু দেখো আমি মনুষ্যৰ সভা কেনে।
সি কাৰণে আজ্ঞা মাগো তোমাৰ চৰণে॥২০৪১৬
মাধৱে বোলন্ত চলিয়োক অব্যাহতে।
সমজ্যাক লাগি চলি যাইবা প্ৰভাততে॥
গোবিন্দৰ বাক্য শুনি পৰম হৰিষি।
আপুন থানক চলি গৈলা সপ্তঋষি॥ ২০৪১৭
পুনৰপি কৃষ্ণ নিজৰথে পয়োসাৰ।
কৌৰৱৰ ৰাজ্যজয় এৰাইলা আপাৰ॥
এৰাইলন্ত নদী নদ বহুতৰ দেশ।
হস্তিনাপুৰত হৰি ভৈলন্ত প্ৰবেশ॥ ২০৪১৮
শুনি সচকিত ভৈলা ধৃতৰাষ্ট্ৰ ৰাজা।
আগবাঢ়িবাক গৈলা বহুতৰ প্ৰজা॥
শুনিয়োক সভাসদ ভকতিসে সাৰ।
ভকতিত বশ্য মাত্ৰ দৈৱকী-কুমাৰ॥ ২০৪১৯
জ্ঞানতো কৰ্ম্মতো কৰি ভকতিসে বৰ।
ভকতিত পৰে জ্ঞানা গতি নাহি আৰ॥
পাণ্ডৱতে ইটো কথা লৈয়োক প্ৰমাণ।
দেখা কেনে দূত ভৈল দেৱজনাৰ্দ্দন॥ ২০৪২০
যিজনে ভকতি কৰে তাৰে বশ্য হৰি।
আপুনি অধীন হুয়া থাকন্ত সাদৰি॥
এতেকতে ভকতিৰ বুজি অভিপ্ৰায়।
সেৱকৰ কৰ্ম্মক কৰন্ত যদুৰায়॥ ২০৪২১
হেন জানি হৰিভকতিৰ কাম কৰা।
মাধৱৰ গুণনাম হৃদয়ত ধৰা॥



কহে ৰাম সৰস্বতী আন কাম এৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি॥ ২০৪২২

---

হস্তীনাত শ্ৰীকৃষ্ণৰ অভ্যৰ্থনা

**ছুলড়ী**

জয় নমো ৰাম নিত্য নিৰঞ্জন
পুৰাণ পুৰুষ হৰি।
ভাৰতৰ পদ প্ৰচাৰ কৰিবে
তযু পদ অনুসৰি॥
হস্তিনাপুৰত প্ৰবেশ ভৈলন্ত
যদি দেৱ জনাৰ্দ্দন।
উস মিস কৰি সকলে নগৰী
লোক আনন্দিত মন॥ ২০৪২৩
প্ৰথমতে দ্ৰোণ বিদুৰ চলিলা
ভীষ্ম সমে তিনি আগ।
বাহ্লীক প্ৰমুখ্যে যতেক নৃপতি
পাচতে ধৰিলা লাগ॥
বাল্য বৃদ্ধ যুবা সবেয়ো চলিল
গৃহে নথাকিল কেৱ।
মনে অনুৰাগ বোলে বৰ ভাগ
দেখিবো যাদৱ দেৱ॥ ২০৪২৪
কৃষ্ণক দেখিতে সবেয়ো চলিল
দেখিবো সাৰঙ্গপাণি।
জয় কৃষ্ণ জয় জোকাৰ পাৰয়
স্বৰ্গকো লঙ্ঘিল ধ্বনি॥
দুখী ভিখী যত তেসম্বো চলিল
সকলে নগৰ চানি।
অন্ধক নৃপতি নগৰে থাকিল
দুৰ্য্যোধন মহামানী॥ ২০৪২৫

---

### শ্ৰীকৃষ্ণ আৰু কৌৰৱৰ মিলন

**ছবি**

অনন্তৰে ব্ৰাহ্মণৰ ভাৰ্য্যাগণ চলি ভৈলা
কুলবধূ তাসম্বাৰ সঙ্গে ।
মহাশান্তী গুৰুজায়া দ্ৰোণে একে একে কায়া
কৃপীয়ো চলিলা মনৰঙ্গে ॥
মাধৱ আসন্ত শুনি কুন্তীয়ো লৰৰ দিল
তনু যেন লভিলা প্ৰাণক ।
চাহিবাক বাজ ভৈল দ্বাৰতে পৰিয়া ৰৈল
মহাশোকে দেখিয়া যমক ॥ ২০৪২৬
গৃহৰ মঞ্চত চৰি নাৰীগণে বেঢ়ি বেঢ়ি
শাৰী শাৰী ৰহিলেক চাই ।
প্ৰজাৰ গিৰত আতি দলদোপ বসুমতী
গাৱ ঠেলি পৈশন নযায় ॥
মাধৱৰ ৰথ গতি শিথিল ভৈলেক আতি
প্ৰজাৰ গিৰত নাহি সন্ধি ।
ধীৰে ধীৰে ৰথ যাই নগৰীয়া লোকে চাই
মনত আলিঙ্গে গলে বান্ধি ॥ ২০৪২৭
কন্যাগণ গৃহে চৰি পুষ্পমালা সিঞ্চাৰন্ত
কোঞ্চে দূৰ্ব্বাক্ষত বিতোপন ।
মনে হেন অভিলাষ যাইবা হৰি মোৰ পাশ
পীন ঘন নবীন যৌবন ॥
আমাৰ যৌবন চাই প্ৰশংসিবা যদুৰায়
কামদৃষ্টি চাহিবা আমাক ।
কুলধৰ্ম্ম পৰিহৰি হুইবো তানে কিঙ্কৰিণী
লক্ষ্মীয়ো সেৱন্তে নিতে যাক ॥ ২০৪২৮
মাধৱৰ দৃষ্টি পাই পুলকিত সৰ্ব্বকায়
ভকতৰ ৰোমাঞ্চিত তনু ।
অভক্তক কোপমনে চান্ত হৰি ঘনে ঘনে
দুৰ্জ্জনৰ মনে মহামন্যু ॥
এতহন্তে কৃষ্ণে পাচে নগৰীত পশিলন্ত
চাহি দুৱাৰৰ অভ্যন্তৰ ।
জানি ধৃতৰাষ্ট্ৰ ৰায় দুৰ্য্যোধন সমে যাই
সভামাজে পূজিলা বিস্তৰ ॥ ২০৪২৯
দুৰ্য্যোধনে উঠি গই দিব্য সিংহাসন লই
মাধৱক দিলন্ত বঢ়াই ।
পাচে কুৰুবীৰগণ বসিলেক থানে থান
মাধৱক গৌৰৱে বৈসাই ॥
অনন্তৰ কৃষ্ণে পাচে ধৃতৰাষ্ট্ৰ নৃপতিৰ
জানুশিৰে নমিলা চৰণ ।
জানি ধৃতৰাষ্ট্ৰ ৰায় হাত মেলি লাগ পাই
আশীৰ্ব্বাদ কৰিলা তেখন ॥ ২০৪৩০
ভীষ্মক নমিলা পাচে দেখি ভীষ্মে আথেবেথে
আঙ্কোৱালি ধৰিলন্ত তুলি ।
দ্ৰোণ বাহ্লীক দুইকক তথাহন্তে চমু হুয়া
নমিলন্ত কৰি কৃতাঞ্জলি ॥
আনো যত কুৰুগণ সবাৰে তুষিলা মন
নানাভাৱে সাদৰি বিস্তৰ ।
কাৰো মুখ চাই আসি বচনে প্ৰশংসি হাসি
আসনে বসিলা গদাধৰ ॥ ২০৪৩১
কৰ্ণে মাধৱৰ গৈয়া চৰণৰ ধূলি লৈলা
মহেশে ধৰিছে যাক জটে ।
মুখত মধুৰ বাণী হৃদয়ত খুৰখানি
দুৰ্য্যোধনে নমিলা কপটে ॥
চৰণৰ ধূলি লই কতো দূৰ মানে গই
পাচমুখে পেলাইলা জঙ্কাৰি ।
দুঃশাসন আদি যত তাসম্বাৰ ভাই শত
সমস্তে নমিলা জানু পাৰি ॥ ২০৪৩২
নমো নমো নাৰায়ণ ভৱভয় বিনাশন
অৰুণ চৰণে ৰাখিয়োক ।
বোলে ৰাম সৰস্বতী ৰাম বুলি সাধা গতি
যত আছা সামাজিক লোক ॥ ২০৪৩৩

---

বিদুৰৰ শয্যাত শ্ৰীকৃষ্ণৰ শয়ন

পদ

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
ধৃতৰাষ্ট্ৰে মাধৱক পূজিলা বিস্তৰ॥
হস্তী ঘোঁৰা ধন বস্ত্ৰ দিলেক আপাৰ।
উছৰ্গিলা দাস দাসী হাজাৰে হাজাৰ॥ ২০৪৩৪
নিজ দাসী বাছি বাছি ৰূপেগুণে ধন্যা।
উছৰ্গি কৃষ্ণক দিলা অযুতেক কন্যা॥
সুবৰ্ণ ৰজত ভাল শৰীৰক মণ্ডি।
ধৃতৰাষ্ট্ৰে বোলে মোৰ দোষ যাউক খণ্ডি॥ '৩৫
গৃহমধ্যে সাৰ আতি যাক সম নাই।
দুঃশাসন গৃহত ৰহিবা যদুৰায়॥
দুৰ্য্যোধনে মাতয় কৃষ্ণৰ হাতে ধৰি।
দুৰ্গম পথত প্ৰভু আছাহা ভাগৰি॥ ২০৪৩৬
আজি জ্ঞাতিগণৰ সবাৰে হেন মন।
তুমি সমে ৰঙ্গমনে কৰিবো ভোজন॥
উঠিয়ো ডাকক উঠা সাত্যকি লগত।
নুঠা যদি কৃষ্ণ তেৱে মোহোৰ শপত॥ ২০৪৩৭
হেন শুনি কৃষ্ণে তাক দিলন্ত উত্তৰ।
তযু গৃহে অন্ন ভুঞ্জিবাক লাগে ডৰ॥
যি কাৰ্য্যে আসিছো যদি সিজে সিটো কাজ।
তেৱে অন্ন ভুঞ্জিলে কিঞ্চিতো নাই লাজ॥ '৩৮
যদ্যপি কুটুম্ব সম্বন্ধত নুহি ভিন্ন।
তথাপিতো দূত আমি পৰৰ অধীন॥
তযু গৃহে ভোজন কৰিলে মহাবীৰ।
শুনি ক্ৰোধ কৰিবন্ত ৰাজা যুধিষ্ঠিৰ॥ ২০৪৩৯
আকে জানি নগৰ ৰাজত দিয়া ঠাই।
তযু গৃহে অন্ন ভুঞ্জিবাক নুযুৱাই॥
কন্যাগণ দিলা যত বিবিধ সম্ভাৰ।
দূতৰ শুনিছা কৈত হেন ব্যৱহাৰ॥ ২০৪৪০
দূতৰ বিহিত যত ধৰ্ম্ম শাস্ত্ৰ লই।
থাকো আমি নগৰৰ বাহিৰত গই॥
কপটীক কপট কৰিলা দেৱহৰি।
উঠি গৈলা পাচে বিদুৰৰ হাতে ধৰি॥ ২০৪৪১
সাধুৰ মধ্যত বিদুৰক অগ্ৰ কৰি।
যাহাৰ গৃহৰ কীৰ্ত্তি অদ্যাপিও স্মৰি॥
এনয় গৃহত ৰহিলন্ত যে শ্ৰীহৰি।
চাৰিও কাম্বিত কেঞ্চু কুমতিৰ পুৰি॥ ২০৪৪২
দেখি ঘিণে ভৰি দুৱাৰত পোত যায়।
হাসন্ত সাত্যকি দাৰুকৰ মুখ চাই॥
অভ্যন্তৰ মানে তাৰ ভখুৰিয়া গৈল।
চাৰিয়ো কাখৰে বেঙ্গচতা বাসা লৈল॥ ২০৪৪৩
বসিবাৰ আসন আছয় একখানি।
বিদুৰৰ চাঙ্গত বসিলা চক্ৰপাণি॥
বিদুৰে কিমতে আস্ত শুতি সুখ পায়।
এহি বুলি শয়ন কৰিলা যদুৰায়॥ ২০৪৪৪
শয়ন কৰিলা ভকতৰ মন ৰমি।
অৰ্দ্ধেক চৰণ প্ৰভু পৰিল ওলমি॥
আপুনি বিদুৰে পাচে গুণি মনে মনে।
কাত ভিক্ষা কৰিবো দিবে কোন জনে॥ ২০৪৪৫
অমৰাৱতী সম কুৰুনৃপতিৰ পুৰি।
মোক স্নেহে তাহাত নৰৈলা দেৱহৰি॥
সৰ্ব্বশূন্য গৃহগোট আছে বিদুৰৰ।
তেখনে ভৈলেক আসি সম্ভাৰ প্ৰচুৰ॥ ২০৪৪৬
দধি মধু ষড়ৰস তণ্ডুল বিশেষ।
অনন্তৰে ভোজন কৰিলা হৃষীকেশ॥
জম্মিজয় বদতি শুনিয়ো দ্বিজবৰ।
অদভুত কথাক শুনিলো বিদুৰৰ॥ ২০৪৪৭
ধৃতৰাষ্ট্ৰ ৰাজাৰ পৰম প্ৰিয় হিত।
কুৰুকুল মধ্যে কিয় বিদুৰ দুখিত॥
ইটো অদভুত কথা আমি নতু শুনি।
কহিয়োক লক্ষ্মীপতি থাকে কিবা গুণি॥ ২০৪৪৮

শ্ৰীকৃষ্ণৰ কুন্তীৰ ওচৰত উপস্থিত আৰু
পাণ্ডৱৰ বাৰ্ত্তা দান

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
মহাজ্ঞানী বিদুৰ সকলে গুণাশ্ৰয়॥

অর্থক অনর্থ হেতু দেখি বিদ্যমান।
সুবর্ণ মৃত্তিকা দুইকো দেখয় সমান ॥ ২০৪৪৯
এক সন্ধ্যা ভোজনত যিবা খানি লাগে।
তাত পৰে ভোজন নকৰা অনুৰাগে ॥
অসন্তোষ গৃহক দেখিয়া মায়াময়।
আকে জানি মনত এৰিলে মহাশয় ॥ ২০৪৫০
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
কুন্তীক সুমৰি পাচে দেৱ কৃপাময় ॥
যত দুখ কৌৰৱে দিলেক বিপৰীত।
দুমনিশ্বাসক কাঢ়ি বিদুৰে সহিত ॥ ২০৪৫১
মহাদুখে খেদ কৰে ভকতক স্মৰি।
কুন্তীৰ ভৱনে প্ৰবেশিলা দেৱহৰি ॥
দেখন্ত শোকত কুন্তী বিকল স্বভাৱ।
জানুশিৰে কৃষ্ণে নমিলন্ত দুই পাৱ ॥ ২০৪৫২
কুন্তীৰ পৰম স্নেহ মাধৱক পাই।
গলে বান্ধি কান্দন্ত লোতক বহি যায় ॥
বার্ত্তা পুছিলন্ত পাচে মাধৱৰ আগে।
মহাস্নেহে গোসানী পুত্ৰক অনুৰাগে ॥ ২০৪৫৩
অন্যো অন্যে স্নেহে যেন সবে একেকায়া।
কাকো কেৱে নেৰে যেন দর্পণৰ ছায়া ॥
জনপদে থাকি ৰাজ্য ভুঞ্জিবে যুৱাই।
নির্জন অৰণ্যে গৈল বনবাসী পায় ॥ ২০৪৫৪
সর্ব্বকালে বেঢ়ি বেঢ়ি ঘোটক সকলে।
হস্তীগণে চিহৰয় পৰম আন্দোলে ॥
নটে ভাটে বেঢ়ি বেঢ়ি কৰে নানা স্তুতি।
এতেক প্ৰকাৰে যাৰ নিদ্ৰা বিমুকুতি ॥ ২০৪৫৫
আৱে ঘনে ঘনে ঘোৰ শৃগালৰ ৰাৱে।
সিংহ বাঘে বেঢ়ি বেঢ়ি তোমাক জগাৱে ॥
জম্বুনদ সদৃশ যাহাৰ দেহা জ্বলে।
হেন যুধিষ্ঠিৰ বাপু আছন্ত কুশলে ॥ ২০৪৫৬
নহুষ যযাতি পৃথু সগৰ দিলিপ।
মান্ধাতা ভৰত আদি অসংখ্যাত নৃপ ॥
এতস্মাৰ ভাৰক একলে আছা ধৰি।
প্ৰাণ পৰিশ্ৰমে যিটো অন্যায় নকৰি ॥ ২০৪৫৭

নাহি শত্ৰু মিত্ৰ সর্ব্বগুণাকাৰ সন্ত।
হেন যুধিষ্ঠিৰ বাপু কুশলে আছন্ত ॥
মধ্যম তনয় মোৰ পৰম প্ৰবল।
ময়মত্ত হস্তী দশ হাজাৰৰ বল ॥ ২০৪৫৮
কীচকক মাৰিলেক গন্ধর্ব্বৰ ছলে।
সিয়ো পাপী দ্ৰৌপদীক জঙ্কাইলে নিষ্খলে ॥
সর্ব্বদায়ে ক্ৰোধী আতি বিপৰীত ৰোহ।
কোন সুখে থাকিবে ভীমৰ কৰি দ্ৰোহ ॥ '৫৯
ক্ৰোধে যম সম হুতাশন সম বলে।
হেন বৃকোদৰ বাপু আছন্ত কুশলে ॥
সহস্ৰাৰ্জ্জুনৰ সম তনয় অর্জ্জুন।
দুয়ো একে সম অতিৰথ নিদাৰুণ ॥ ২০৪৬০
হাজাৰ বাহুয়ে প্ৰহাৰয় যত মান।
ধনঞ্জয় দুই বাহু তাহাৰ সমান ॥
হেন অর্জ্জুনৰ বাপু কহিয়ো কল্যাণ।
কৈসানি কৰিবা আসি শত্ৰুক মর্দ্দন ॥ ২০৪৬১
কৌৰৱক কোপমনে পাণ্ডৱ সকল।
অদ্যাপিয়ো আশা কৰে যাৰ বাহুবল ॥
তুমি যাৰ বান্ধৱ পৰম প্ৰিয় সখি।
আপুনি অধীন ভৈলা যাৰ ভক্তি দেখি ॥ ২০৪৬২
বলৱন্ত যুৱৰাজ ৰিপুসংহাৰক।
গৰু লই আসন্তে যি বেলা কৌৰৱক ॥
একেশ্বৰ কৌৰৱ সৱক ৰণে জিনি।
বস্ত্ৰমানে কাঢ়ি লৈলা নকাটিলা ঘিণি ॥ ২০৪৬৩
যাৰ যশ প্ৰচণ্ড আদিত্য সম জ্বলে।
হেন ধনঞ্জয় বাপু আছন্ত কুশলে ॥
গুণাকৰ পৰম সুবিজ্ঞ মহাবলে।
যাৰ সম ৰূপ নাহি ধৰণীমণ্ডলে ॥ ২০৪৬৪
তোমাত ভকতি যিটো তিলেক নেৰয়।
হেন সহদেৱ বাপু কুশলে আছয় ॥
সুৱলিত শিশু মোৰ সুকোমল কায়া।
চাৰিতো অধিক আতি নকুলক দায়া ॥
এক দণ্ডে যুগ যায় নেদেখিয়া যাক।
চৈধয় বৎসৰ নতু পাণ্ড দেখিবাক ॥ ২০৪৬৫

নিতে ৰোষ কৰন্ত চড়িয়া মোৰ কোলে।
হেনয় নকুল বাপু আছন্ত কুশলে ॥
আদৰৰ বহাৰী পৰম সুচৰিতা।
পাঞ্চতো অধিক মোৰ দ্রৌপদীক চিন্তা ॥ '৬৬
বনবাসে গৈল পতিগণক সাদৰি।
আপুনাৰ পাঞ্চ তনয়ক পৰিহৰি ॥
উপদ্রৱ কৰিলে কীচক মহাবলে।
হেনয় দ্রৌপদী বাপু আছন্ত কুশলে ॥ ২০৪৬৭
হেন প্রিয় দ্রৌপদীক দুঃশাসনে পাই।
যি বেলাত সমাজক নিলেক ঘষাই ॥
চন্দ্র সূর্য্য নেদেখিলে যাহাৰ চৰণ।
কুৰু সমাজত দুষ্টে কৰে বিকৰ্থন ॥ ২০৪৬৮
সিবেলাত দেখি আছে পৰম অন্যায়।
কেৱে কিছো নুবুলিলে আছিলেক চাই ॥
যতেক সুহৃদ মানে মৌন হুয়া ৰৈল।
বিদুৰে ধৰ্ম্মত থাকি বুলিবাক লৈল ॥ ২০৪৬৯
বিদুৰৰ বাক্যচয় মনত নুগুণি।
চুলে ধৰি দ্রৌপদীক সভা মাজে আনি ॥
উৰুত বৈসায়া বুলিলেক লঘু বাণী।
তাসম্বাৰ কন্ধ ছেদ দেখিবো কৈসানি ॥ ২০৪৭০
অজাত শত্রুক যিটো সভামাজে তুলি।
দাস বুলি যিটোজনে পিন্ধাইলে বাকলি ॥
বস্ত্রমানে কাঢ়ি লই বনক খেদাইলা।
বিকৃত আকাৰ দেখি ৰঙ্গ বৰ পাইলা ॥ ২০৪৭১
সিটো দুষ্ট সবৰ অদ্যাপি দেখো মুখ।
আত পৰে প্রভু মোৰ আছে কোন দুখ ॥
আৰো এক বাৰ্ত্তা কহো শুনা নাৰায়ণ।
যুধিষ্ঠিৰ ৰাজাত প্রথমে দিবা জান ॥ ২০৪৭২
পুৰুষৰ বেটা যদি হৱে পাঞ্চো ভাই।
কৌৰৱক মাৰি ৰাজ্য লৈবাক যুৱাই ॥
যি কাৰণে ক্ষত্রিয় কুলত জন্ম ধৰি।
গুৰুগৃহে অস্ত্রচয় শিখিলে সাদৰি ॥ ২০৪৭৩
পুত্রতো অধিকে গুৰু শিখাইলন্ত নিত।
হেৰা তাৰ কাল আসি ভৈলে উপস্থিত ॥
দান্তে তৃণ ধৰি কৰো তোমাত গোচৰ।
মোক স্নেহে দুৰ্গতি খণ্ডাইবা পাণ্ডৱৰ ॥ ২০৪৭৪
পিতৃহীন পাঞ্চ গুটি চেণ্ডিয়া তনয়।
তোমাৰ চৰণে এতিক্ষণে দিলো মই ॥
মাধৱে বোলন্ত পেসী শুনিয়ো বচন।
মহাবীৰ বলৱন্ত তযু পুত্রগণ ॥ ২০৪৭৫
বনবাস খপিলা অজ্ঞাত পৰিহৰি।
কুশলে আছন্ত সবে বিৰাটনগৰী ॥
তাসম্বাক চিন্তা তুমি নকৰিবা মনে।
অল্পকালে কৌৰৱক সংহৰিবা ৰণে ॥ ২০৪৭৬
আপুনি সামৰ্থ আৰো মই অনুকূল।
অকৌৰৱা কৰিবন্ত ধৰণীমণ্ডল ॥
পাণ্ডৱে বুলিলে মোক পৰম গৌৰৱে।
নমস্কাৰ কৰিবে বুলিলা গাৱে গাৱে ॥ ২০৪৭৭
এহি বুলি কৃষ্ণে আসনৰ উঠি যাই।
পাঞ্চ বাৰ নমিলা কুন্তীৰ দুই পাৱ ॥

---

### কৌৰৱৰ গুপ্ত মন্ত্রণা

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
আত অনন্তৰে কথা শুনা কৌৰৱৰ ॥ ২০৪৭৮
যি বেলাত কৌৰৱৰ গৃহ পৰিহৰি।
বিদুৰৰ গৃহে গৈয়া ৰহিলন্ত হৰি ॥
সেহিবেলা উঠি দুৰ্য্যোধন মহাৰাজ।
খঙ্গে গৈয়া ভিতৰত পাতিলা সমাজ ॥ ২০৪৭৯
কৰ্ণ দুঃশাসন চিত্রসেন বিবিংশতি।
শকুনি সহিতে আৰো যতেক নৃপতি ॥
আছিলেক মানে চলি গৈলা সামৰাজে।
ভীষ্ম দ্রোণ বিদুৰ যে তিনিজন বাজে ॥ ২০৪৮০
মাধৱক কোপে দুৰ্য্যোধন নৃপবৰে।
কাৰ্ব্বলা সৰ্পৰ যেন নাকে বিষ পৰে ॥
দুই ওঁঠ কাম্পে কোপে নয়ন ফুৰাই।
বুলিবাক লাগিলা কৰ্ণৰ মুখ চাই ॥ ২০৪৮১

দেখা দেখা কৰ্ণ তুমি কৃষ্ণৰ মহত।
সভামাজে মোক লাজ কৰিলেক যত ॥
সভামাজে হাতে ধৰি গৈলো যাচিবাক।
নুবুলিলে মোক কৃষ্ণে সমুচিত বাক ॥ ২০৪৮২
আৰো বোলে অন্ন নুভুঞ্জিবো তযু ঘৰে।
দেখা দেখা মোক অৱহেলা যাদৱৰে ॥
এনে লক্ষ কৃষ্ণে যদি নখাই মোৰ অন্ন।
তেৱে দুৰ্য্যোধনক বাছয় কোন জন ॥ ২০৪৮৩
সৰ্ব্বকালে জানো ইটো-কপটৰ ঘাই।
পাণ্ডৱেয়ো ৰাজ্য খোজে আকে সখা পাই ॥
কৃষ্ণক ধৰিবো কালি সমাজৰ মাজে।
আৱে মোৰ আদেশ শুনিয়ো সামৰাজে ॥ ২০৪৮৪
মহাৰথীগণ সাজি যাইবা বাজ লই।
বেঢ়ি বেঢ়ি কৃষ্ণক থাকিবা সাজু হুই ॥
আমাৰ সঙ্কেত আনে জানিবে নলাগে।
সমদল কটকে কৃষ্ণক ধৰা আগে ॥ ২০৪৮৫
সাত্যকিকো ধৰি পাচে দাৰুককো ধৰ।
তিনিয়োজনক একেলগে বন্দী কৰ ॥
আনো যত আসিছে সৱাকে ধৰি বান্ধি।
বস্ত্ৰমানে কাঢ়ি লৈয়ো যাউক পাত পিন্ধি ॥ '৮৬
ৰাজাৰ বচন শিৰোগত কৰি সাৰ।
ভাল বুলি সকলে কৰিলা অঙ্গীকাৰ ॥
এহি বুলি উঠি গৈলা ৰাজা দুৰ্য্যোধন।
গিৰিসিত কৰিয়া ভাগিল সভাখান ॥ ২০৪৮৭
এতহন্তে ৰাত্ৰি বহি নৱ ঘটি গৈল।
সেহিবেলা ভীষ্ম দ্ৰোণ একথান ভৈল ॥

---

ভীষ্ম দ্ৰোণৰ কৃষ্ণ দৰ্শন

কৌৰৱত আৰ কৰি অলক্ষিত ভাৱে।
দুয়োজন চলি গৈলা মাধৱৰ ঠাৱে ॥ ২০৪৮৮
ফল মূল নিলা যত বিবিধ সম্ভাৰ।
সুৱৰ্ণ ৰজত যত আছিল আপাৰ ॥
কৃষ্ণৰ চৰণে দিলা কৰিয়া বিনতি।
তাসম্বাৰ পূজা কৃষ্ণে লৈলা হাত পাতি ॥ ২০৪৮৯
কৃষ্ণৰ পাৱত দিলা তুষ্ট মনে আতি।
তাসম্বাক সন্তোষ কৰাইলা যদুপতি ॥
মৃদুতৰ গৌৰৱ বুলিয়া নানাভাৱে।
দুইকো পঠাইলন্ত কৃষ্ণে আপুনাৰ ঠাৱে ॥ '৯০
তেসম্বো গৈলন্ত যদি আনন্দিত মতি।
অনন্তৰে বিদুৰে কৃষ্ণত নিগদতি ॥
বিদুৰে বোলন্ত পাণ্ডৱক স্নেহভাৱে।
আসি আছা দুৰ্য্যোধন নৃপতিৰ ঠাৱে ॥ ২০৪৯১
সময়ন্তি কৰিবাক অভিলাস মন।
তযু বাক্য কিছো নকৰিব দুৰ্য্যোধন ॥
পৃথিৱীৰ ৰাজা যত সবাকো অনাইল।
অৰ্থ দিয়া ভীষ্ম দ্ৰোণ দুইহাকো বঢ়াইল ॥ ২০৪৯২
গুৰু গৌৰৱৰ বাক্য নমানয় দৰ্পে।
মন্ত্ৰক নুশুনে যেন উচ্ছৃঙ্খল সৰ্পে ॥
তাৰ আগে বচন বুলিবা নাৰায়ণ।
চাণ্ডালক বেদ যেন শুনাৰে ব্ৰাহ্মণ ॥ ২০৪৯৩
দেখিলেয়ো দোষ শুনিলেয়ো পাপে পায়।
আকে জানি উলটি যায়োক যদুৰায় ॥
তযু বাক্য ব্ৰহ্মা বিষ্ণু হৰে মনে ধৰে।
হেন তযু বাক্য কোন পাপী হেলা কৰে ॥ ২০৪৯৪
বিদুৰৰ বচনক সাধুৰ্ব্বাদ কৰি।
অনন্তৰে বচন বুলিলা দেৱহৰি ॥
তোমাৰ বচন বেদবাক্য হেন মানো।
দুৰ্য্যোধনে ৰাজ্য নেদিবেক তাক জানো ॥ ২০৪৯৫
তথাপিতো আসিলো লোক ৰক্ষাৰ আশে।
কুৰু পাণ্ডৱৰ যুদ্ধ মিলিব আৱশে ॥
তাৰ লগে অসংখ্য নৃপতি কটা যায়।
ৰাখিবাক পাৰিলে সবাৰে পুণ্য পায় ॥ ২০৪৯৬
যদি মোৰ বচন নকৰে দুষ্টগণে।
অন্যো অন্যে মৰি যাইব যমৰ কৰণে ॥
তথাপি লভিবো পুণ্য শুনা মহাবল।
কলিযুগে উদ্যোগ মাত্ৰকে পাই ফল ॥ ২০৪৯৭
এতহন্তে চাৰি বীৰে কৰিলা শয়ন।
বিদুৰ যে দাৰুক সাত্যকি নাৰায়ণ ॥

ক্ষণেকতে ৰজনী কথাতে সমাপন।
সেহিবেলা ভৈল আসি ৰজনী প্ৰসন্ন ॥ ২০৪৯৮
নটে ভাটে জগাইলেক নিদ্ৰা পৰিহৰি।
শৌচ হুয়া স্নান গৃহে প্ৰবেশিলা হৰি ॥
স্নান কৰি গায়ত্ৰী জপিলা নাৰায়ণ।
সেহিবেলা কৰ্ণে সমে আসি দুৰ্য্যোধন ॥ ২০৪৯৯
মাধৱক মাতে আতি হৰিষিত মনে।
হৃদয়ে কপট তাৰ নজানয় আনে ॥
উঠা উঠা প্ৰভু চলিয়োক এতিক্ষণ।
সভা মাজে বাট চাই আছে ৰাজাগণ ॥ ২০৫০০
পাচে কৃষ্ণে ব্ৰাহ্মণ সবক দিলা দান।
বিদুৰে সহিতে দুয়ো শুনিলা পুৰাণ ॥
কৰ্ণ দুৰ্য্যোধন দুই আছিলেক ৰই।
সেহিবেলা দাৰুক আসিলা ৰথ লই ॥ ২০৫০১
ব্ৰাহ্মণগণৰ পাচে নমিলা চৰণ।
ৰথ দেখি মাধৱৰ আনন্দিত মন ॥
ভূষণৰো ভূষণ শোভিত নিজ অঙ্গে।
নানাবিধ অলঙ্কাৰ পিন্ধিলন্ত ৰঙ্গে ॥ ২০৫০২
অলঙ্কাৰ পিন্ধি বাজ ভৈল যেতিক্ষণ।
দেখি সমস্তৰে ৰূপ হৰিল তেখন ॥
কৃষ্ণৰ আগত নোশোভয় কেৱে আন।
আদিত্যৰ আগত প্ৰদীপ যেন ঠান ॥ ২০৫০৩
ডেৱ নিয়া ৰথত উঠিলা দামোদৰ।
পাচত সাত্যকি কৃতবৰ্ম্মা বীৰবৰ ॥
আনো যদু বীৰগণ হস্তী ঘোঁৰে চড়ি।
দুয়ো পাশে কৃষ্ণক চলিলা ৰক্ষা কৰি ॥ ২০৫০৪
মাধৱৰ ৰূপ দেখি নসহয় মন।
ঘনে ঘনে ফিৰি চাহে ৰাজা দুৰ্য্যোধন ॥
কৰ্ণক সম্বুধি বোলে দেখা দেখা কৰ্ণ।
ভালেতো ইহাক দেখি ভজে নাৰীগণ ॥ ২০৫০৫
মনে মনে কহোঁ আৰো বচন স্বৰূপ।
কোন বিধি ইহাৰ স্ৰজিলে যেন ৰূপ ॥
হেন ৰূপ আমাত নভৈল কি কাৰণে।
এহি বুলি ফিৰি চাহে ৰাজা দুৰ্য্যোধনে ॥ ’৫০৬
এত হন্তে নগৰত প্ৰবেশিলা হৰি।
অম্ৰাৱতী সম কুৰুনৃপতিৰ পুৰী ॥

শ্ৰীকৃষ্ণৰ সভা প্ৰবেশ

নগৰৰ তিনিখান দ্বাৰ পৰিহৰি।
সভাৰ দ্বাৰত গৈয়া প্ৰবেশিলা হৰি ॥ ২০৫০৭
দেখি গাব চালিলা সমস্ত ৰাজাগণ।
সেহিবেলা আসিলেক সপ্তঋষিগণ ॥
দেখি ভীষ্মে উঠিয়া কৃষ্ণৰ অনুমতি।
পাদ্য অৰ্ঘ দিলা দুৰ্য্যোধন সমন্বিতি ॥ ২০৫০৮
নমস্কাৰ কৰি বসিবাৰ দিলা ঠাই।
ৰাজাগণে অন্যো অন্যে আছে চাই চাই ॥
নানা ৰত্নে জিকি পাৱৈ কুৰুসভাখান।
ঠাই ঠাই ৰচিত সুবৰ্ণ সিংহাসন ॥ ২০৫০৯
তাতে বসি নৃপতি সকলে কৰে কান্তি।
অম্ৰাৱতীপুৰে যেন দেৱতাৰ পান্তি ॥
যেতিক্ষণে সভাত প্ৰবেশ চক্ৰপাণি।
নৃপতিগণৰ সবে তেজ ভৈল হানি ॥ ২০৫১০
অলঙ্কাৰে নোশোভয় বিবৰ্ণ সকলে।
আদিত্যৰ আগে যেন প্ৰদীপ নজ্বলে ॥
থিয় দিয়া ৰাজাগণে কৃষ্ণক আকলি।
টঙ্ক লাগি আছে যেন চিত্ৰৰ পুতলি ॥ ২০৫১১
শুভ শুভ জয় জয় কৰে সাধুগণে।
প্ৰথমতে আসনে বসিলা নাৰায়ণে ॥
অযোধ্যাত ৰাম যেন স্বৰ্গে পুৰন্দৰ।
সত্যলোকে ব্ৰহ্মা যেন কৈলাসত হৰ ॥ ২০৫১২
বৈকুণ্ঠত হৰি যেন লক্ষ্মী একে ঠাই।
সেহিমতে আসনে বসিলা যদুৰায় ॥
পাচে আসনত বসিলন্ত ৰাজাগণ।
নিচুকি থাকিলা কেৱে মুবুলি বচন ॥ ২০৫১৩
কোকিলৰ স্বৰ যেন শুনি মনোনীত।
জগত মোহিত কৰে পৰম ললিত ॥
ধৰ্ম্ম অৰ্থ যুগুত পৰম উপকাৰী।
যেন বাক্যে নৃপতিক মাতিলা মুৰাৰি ॥ ২০৫১৪

শুনা শুনা জেঠা ধৃতৰাষ্ট্ৰ নৃপবৰ।
তুমি সৰ্ব্বোত্তম যত নৃপতি কুলৰ ॥
অজমীঢ় কুলে যাক গণনাত গণি।
যাৰ শুদ্ধ গুণ যশে ঢাকিল ধৰণী ॥ ২০৫১৫
দেখন্তেয়ো শোক লাগে শুনন্তেয়ো দুখ।
এখানি দোষত নিন্দা কৰে তোমৰাক ॥
দুৰ্জ্জনৰ বোলে পাণ্ডৱৰ বনবাস।
জীৱন মৰণ তাৰ এৰিলাহা আশ ॥ ২০৫১৬
তাহাৰ ৰাজ্যক পুত্ৰেয়েৰে কৰা ভোগ।
বৃদ্ধ বয়সত জেঠা ইকি হৱে যোগ ॥
বন পৰিহৰি অজ্ঞাতৰ দুখ পাই।
তথু আজ্ঞা অদ্যাপি আছয় বাট চাই ॥ ২০৫১৭
তুমি দেখো যুদ্ধক উদ্যোগ বিপৰীত।
ৰাজাগণ আনি আছা ইকি যথোচিত ॥
হুইতো জেঠা সমৰক অভিলাষ মনে।
উদ্যোগ কৰিছা তুমি পৰম যতনে ॥ ২০৫১৮
পাণ্ডৱক মাৰিলে সমস্তে ৰাজ্য পায়।
কিন্তু দৈৱগতি জেঠা বুজন নযায় ॥
যদি হেন হৱে যুদ্ধে পাণ্ডৱক মাৰি।
সকলে পৃথিৱী পাইবা অকণ্টকা কৰি ॥ ২০৫১৯
তথাপিতো জেঠা পাচে সুমৰিবা মোক।
কিছো ৰঙ্গ নপাইবাহা ভাতিজাৰ শোক ॥
যদি যেন হৱে যুদ্ধে পাণ্ডৱ বিশাল।
দুৰ্জ্জনৰ অগনি সাক্ষাতে যমকাল ॥ ২০৫২০
প্ৰচণ্ড বিশাল ঘোৰ দেৱতাৰ শৰে।
নিগুটি কৰিয়া যেৱে কৌৰৱ সংহৰে ॥
তেৱেতো তোমৰ ভৰা নাৱ তল যায়।
তেৱে কি কৰিবা জেঠা নেদেখো উপাই ॥ '২১
পৃথিৱীৰ ৰাজাগণ আনি আছা যত।
সবেয়ো মৰিবে অন্যো অন্যে সমৰত ॥
আকে জানি দন্দ্ব যদি নভাঙ্গাহা আগে।
বিশ্বদ্ৰোহ পাতক তোমাত তেৱে লাগে ॥ ২০৫২২
এহি বুলি আসনৰ উঠিলন্ত হৰি।
যুধিষ্ঠিৰ ৰাজাৰ কাকত শিৰে ধৰি ॥
পাগৰ উপৰ কৰি কিৰীটিৰ আগে।
সামান্যৰ যেন নৃপতিত অনুৰাগে ॥ ২০৫২৩
সেহিমতে কৃষ্ণে অৱনত কৰি মাথ।
ধৃতৰাষ্ট্ৰে ৰাজাৰ দিলন্ত হাতে হাত ॥
ধৃতৰাষ্ট্ৰে কাকত পঢ়াইলা বিদ্যমান।
যি বুলিলা যুধিষ্ঠিৰ ভীম যে অৰ্জ্জুন ॥ ২০৫২৪
যুধিষ্ঠিৰে নানা বুলিলন্ত প্ৰিয় ভাৱ।
অৰ্জ্জুনে বুলিলা যুদ্ধ সমৰ গৌৰৱ ॥
ভীমে বুলিলন্ত ঘোৰ ঘাতুক দুৰ্ব্বাৰ।
শুনি কষ্ট মিলি গৈল সকলে সভাৰ ॥ ২০৫২৫
সিবেলাত বাক্যচয় শুনি মাধৱৰ।
হেন জন নাহি কিছো দিবেক উত্তৰ ॥
কৃষ্ণৰ বাক্যত সবাহাৰে তুষ্ট মন।
কেৱলে নুশুনে তাক ৰাজা দুৰ্য্যোধন ॥ ২০৫২৬
ঘনে ঘনে উঠে বৈঠে চাহে চতুৰ্দ্দিশি।
হেন দেখি মাতিলন্ত পৰশুৰাম ঋষি ॥
ধৰ্ম্মশীল সাধু সিটো ঋষি সৰ্ব্বজান।
হিত উপদেশ কথা কহিলা বিধান ॥ ২০৫২৭
পৰশুৰাম বদতি শুনিয়ো ৰাজাগণ।
কাৰো বাক্য নমানে দাম্ভিক দুৰ্য্যোধন ॥
আপুনাৰ দম্ভতে আপুনি হুইবে ক্ষয়।
কহো আৰে শুনিয়ো দম্ভৰ কথাচয় ॥ ২০৫২৮

### দম্ভ নৃপতিৰ আখ্যান

শুন দুৰ্য্যোধন মোৰ বচন সম্প্ৰতি।
দম্ভ নামে পূৰ্ব্বত আছিল নৰপতি ॥
তঞ্চি নমানস গুৰু গৌৰৱ যে মনে।
সিয়ো পাপী আছিলেক এনুৱা দুৰ্জ্জনে ॥ ২০৫২৯
তোক যেন ভুঞ্জন্তে নাটয় বসুমতী।
সিয়ো পাপী আছিলেক এনয় দুৰ্ম্মতি ॥
দেবাসুৰ মনুষ্যে নসহে যাৰ ছোট।
দম্ভ নামে দুৰাচাৰ ধূমকেতু গোট ॥ ২০৫৩০

দুৰাচাৰ পাপিষ্ঠ দাম্ভিক দম্ভময় ।
দশোদিশ ইঙ্গিতে জিনিল দুৰাশয় ॥
যুদ্ধক নোৱাৰি যিটো ভেণ্টে নৃপবৰ ।
তাৰ ৰাজ্য কাঢ়ি লৈয়া পাতয় কিঙ্কৰ ॥ ২০৫৩১
যুদ্ধ কৰি ৰাজা যিটো সমৰত ঘাটে ।
তাক আনি সপুত্ৰে বান্ধৱে ধৰি কাটে ॥
পৰম দৰ্পিষ্ঠ সিটো নৃপতি প্ৰবল ।
ময়মত্ত অযুত হস্তীৰ গাৱে বল ॥ ২০৫৩২
থিয় হুইলে দম্ভৰ আগত কাৰ গহে ।
তোৰ সম লক্ষেক নৃপতি দোলা বহে ॥
এহিমতে দম্ভৰ অনেক কাল গৈল ।
শুনা আত অনন্তৰে যেন কথা ভৈল ॥ ২০৫৩৩
প্ৰতিদিনে দম্ভে সমাজত বসি বোলে ।
দেখিয়া বীৰত্ব মোৰ ব্ৰাহ্মণ সকলে ॥
বিচাৰিয়ো দেৱাসুৰ গন্ধৰ্ব্বৰ কাছে ।
মোৰ সম বলৱন্ত বীৰ কোন আছে ॥ ২০৫৩৪
এহিমতে নিতে প্ৰশংসয় আপুনাক ।
শুনি বিপ্ৰগণে ক্ৰোধে নসহিলে তাক ॥
শুন অৰে দম্ভ ইটো গৰ্ব্ব পৰিহৰ ।
দেখি আছো বলী ততোধিক ধনুৰ্দ্ধৰ ॥ ২০৫৩৫
যদি সমৰক মনে আছে অভিলাষ ।
এতিক্ষণে নৃপতি চলিয়ো তান পাশ ॥
গন্ধমাৰ্দ্দনৰ কোলে পৰ্ব্বতৰ কাছে ।
বদৰিকাশ্ৰম নাম গ্ৰাম তৈত আছে ॥ ২০৫৩৬
তাতে ঘোৰ তপস্যা কৰয় অনুপাম ।
দেখিবিহি ঋষি নৰনাৰায়ণ নাম ॥
যদি গহ আছে তোৰ এতিক্ষণে লৰ ।
হেন শুনি দম্ভৰ কৌতুক ভৈল বৰ ॥ ২০৫৩৭
শুনি যেন স্বৰ্গ পাইলে হৰিষিত মনে ।
সমদল কটকে চলিলা তেতিক্ষণে ॥
তাৰ যত সৈন্য কোনে লেখিবে প্ৰত্যেকে ।
পোন্ধৰ মাসৰ পথ যুৰিল কটকে ॥ ২০৫৩৮
এহিমতে বদৰিকাশ্ৰম পাইল পাচে ।
বিচাৰিল নৰনাৰায়ণ যৈত আছে ॥

ঘোৰ তপস্যাত ক্লেশ শৰীৰ শুখান ।
দেখি দম্ভে দুহান্তো মাগিলে যুদ্ধ দান ॥ ২০৫৩৯
নাৰায়ণে দম্ভক মাতিলে হেন শুনি ।
মোত যুদ্ধ খোজা ৰাজা জানি কি নজানি ॥
যুদ্ধকো নজানো শৰীৰতো নাহি বল ।
ঘোৰ তপস্যাত গাৱ শুখাইল সকল ॥ ২০৫৪০
বিশেষত ঋষি মোৰ ধনু শৰ নাই ।
মোত যুদ্ধ খোজ ৰাজা দুই চক্ষু খাই ॥
অনা যুদ্ধে ভুঞ্জস সকলে বসুন্ধৰী ।
কিসক মৰিবে চাষ ঘোৰ যুদ্ধ কৰি ॥ ২০৫৪১
আমাৰ বচনে এভো যুদ্ধ পৰিহৰি ।
সুখে গৈয়া আপুনি ভুঞ্জিয়ো বসুন্ধৰী ॥
হেন শুনি দম্ভে মাতে মহাক্ৰোধ কৰি ।
শীঘ্ৰে যুদ্ধ দিয়োক বিলম্ব পৰিহৰি ॥ ২০৫৪২
দাম্ভিকৰ দম্ভ গুচাইবাক মন কৰি ।
নাৰায়ণে নৰক মাতিলা চক্ষু ঠাৰি ॥
চক্ষুৰ নিচানে নৰ অনুমতি পাই ।
বিৰিণাৰ শৰ ধনু সাজিলন্ত যাই ॥ ২০৫৪৩
বিৰিণাৰ কৰিলা অক্ষয় তূণ বাণ ।
বাকলিৰ কৰিল কৱচ পৰিধান ॥
পাচে ইসিকাৰ ধনু টঙ্কাৰ কৰিল ।
দশোদিশ পূৰিল সাগৰো খলকিল ॥ ২০৫৪৪
দেখি দম্ভে আনন্দে কাচিল যুদ্ধকাচে ।
চতুৰ্দ্দিশে নৰৰ বেঢ়িলে আগে পাচে ॥
বাতাসে আনিয়া ঘোৰ খৰতৰ বেগে ।
প্ৰচণ্ড সূৰ্য্যক যেন ঢাকিলেক মেঘে ॥ ২০৫৪৫
দাৰুণ দুৰ্ব্বাৰ দম্ভ ৰাজাৰ কটক ।
নৰক আৱৰি যদি দিলে শৰজাক ॥
প্ৰচণ্ড প্ৰহাৰ কোপে উঠি গৈল মন্যু ।
পাচে নৰে তুলি লৈলা ইসিকাৰ ধনু ॥ ২০৫৪৬
দম্ভৰ সেনায়ে প্ৰহাৰিলে যত মান ।
তাক লাগি হানিলেক খৰিকাৰ বাণ ॥
একো খৰিকাৰ বাণ এক কোটি ভৈল ।
শৰ সব কাটিলেক ধূলি উৰি গৈল ॥ ২০৫৪৭

আকাশত দেৱগণ কৰে জয় জয়।
পাচে নৰে মাৰিলে দম্ভৰ সেনাচয় ॥
একো খৰিকাৰ বাণ এক কোটি ভৈল।
দম্ভৰ সেনাক ঢাকি বৰিষিবে লৈল ॥ ২০৫৪৮
বাসৱৰ বজ্র যেন সুদৃঢ় সন্ধানে।
কতো মুখে পশিয়া ওলাই নাকে কাণে ॥
কাৰো গল কটা যায় খৰিকাৰ বাণে।
শৰীৰত পশিয়া পীড়ই মৰ্ম্মস্থানে ॥ ২০৫৪৯
হেন মতে সৈন্য সব পৰাভৱ দেখি।
আগবাঢ়ি ধাইলে দম্ভে খানিকো নাপেখি ॥
দুই দণ্ডমানে যুদ্ধ ভৈলেক তুমুল।
ঠাক ঠিক শবদ শুনিয়া হুলস্থুল ॥ ২০৫৫০
পাচে ইসিকাৰ বাণে নৰ মহাবলে।
ধনু শৰ ৰথ ধ্বজ কাটিলা সকলে ॥
আৰো বিন্ধিলেক তাক খৰিকাৰ বাণে।
শৰীৰত পৰিয়া পীড়য় বৰ টানে ॥ ২০৫৫১
নাকে মুখে দম্ভে আতি পীড়া পায়া বৰ।
উলটিয়া দম্ভে ভিৰি দিলেক লৰৰ ॥
যৈকে পলাই যাই তৈকে খেদি নেই বাণে।
শৰীৰত পৰিয়া বজাই নাকে কাণে ॥ ২০৫৫২
হেন দেখি দম্ভৰ ব্যাকুল ভৈল মন।
উলটি নগৰ পাৰে পশিল শৰণ ॥
কৰিলেক তিনি সত্য দৰ্প দম্ভে এৰি।
প্ৰশংসি দম্ভক নৰে সাদুৰ্ব্বাদ কৰি ॥ ২০৫৫৩
শিখিলেক তেৱে ৰাজনীতি যত বন্ধ।
তেৱেসে নৰেও তাৰ ৰাখিলেক কন্ধ ॥
যিটো নৰে দম্ভক কৰিলা পৰাজয়।
পাণ্ডুবংশে তেহেন্তে চিনিব ধনঞ্জয় ॥ ২০৫৫৪
নাৰায়ণ চিনিবিহি কৈলো সাৰে সাৰ।
বৃষ্ণিবংশে ভৈলা তেন্তে কৃষ্ণ অৱতাৰ ॥
হেন জানি দুৰ্য্যোধন মোৰ বোল ধৰ।
কৃষ্ণ ধনঞ্জয়ক যে হেলা পৰিহৰ ॥ ২০৫৫৫
পৰম পুৰুষ দুয়ো জগতকৰণ।
মোৰ বোলে আদৰিয়ো দুইহানো চৰণ ॥
যদি অৱহেলস সবংশে যাইবি ক্ষয়।
এহি বুলি ৰৈল জমদগ্নিৰ তনয় ॥ ২০৫৫৬

---

### শ্ৰীকৃষ্ণৰ দুৰ্য্যোধনক পৰামৰ্শ দান

কণ্ব ঋষি বুলিলেক নাৰদে বুলিল।
তাসম্বাৰ বাক্য দুৰ্য্যোধনে নাদৰিল ॥
দুৰ্জ্জন সহিতে অৱহেলা কৰি বৰ।
উৰুত চাপৰ মাৰি হাসিলা বিস্তৰ ॥ ২০৫৫৭
দুষ্টৰ আনন্দ যে সাধুৰ হৰি হৰি।
হেন দেখি ঋষিয়ে মনত দুখ কৰি ॥
দেখি কণ্ব ঋষি শাপ দিলা অভিমত।
উৰু ভগ্ন হৌক তোৰ ভীমৰ হাতত ॥ ২০৫৫৮.
শুনি হাহাকাৰ কৰে সভাসদ লোক।
ধৃতৰাষ্ট্ৰ নৃপতি কৰন্ত বৰ শোক ॥
ধৃতৰাষ্ট্ৰে মাধৱক মাতিলেক পাচে।
তযু বাক্য কৰিবে আমাৰ মনে আছে ॥ ২০৫৫৯
সবাহানে মনোনীত শুনি তযু বাক।
কিন্তু পুত্ৰ দুৰ্য্যোধনে নমানে ইহাক ॥
তোমাৰ চৰণে তাক কথা শিখায়োক।
তেৱেতো আনন্দ হৱে সভাসদ লোক ॥ ২০৫৬০
ধৃতৰাষ্ট্ৰ নৃপতিৰ বচন সাদৰি।
দুৰ্য্যোধন ৰাজাক মাতিলা দেৱহৰি ॥
শুন দুৰ্য্যোধন তযু পিতৃৰ বচন।
পাণ্ডৱক ৰাজ্য দিবে আছে তান মন ॥ ২০৫৬১
তুমি কেনে দাৰুণ ঘাতুক সৰ্ব্বকাল।
সন্তকুলে জন্মিলে এনুৱা নুহি ভাল ॥
গুৰুগৌৰৱৰ বাক্য যিটো অনাদৰি।
আপুনি প্ৰবৰ্ত্তে সিটো নীতিধৰ্ম্ম এৰি ॥ ২০৫৬২
সিজনৰ তিনিয়ো লোকত সুখ নাই।
আক জানি অৰ্দ্ধৰাজ্য দিবাক যুৱাই ॥
যদি সাঙ্গে ৰাজ্য এৰি দিয়া পাণ্ডৱক।
তথাপিতো হানি নাই শুনা মোৰ বাক ॥ ২০৫৬৩

তোমাৰ পিতৃকে ৰাজ্য পাণ্ডৱেয়ো দিব।
যুৱৰাজ কৰি পাচে তোমাক থাপিব ॥
ধৃতৰাষ্ট্ৰ ৰাজাক সেবিবে ৰাত্ৰি দিন।
বিনা যুদ্ধে হুইবে সবে তোমাৰ অধীন ॥ ২০৫৬৪
যদি মোৰ বচনক নধৰস মনে।
তেৱে যুদ্ধে ভীমে সমুখ হুইবে কোনে ॥
ভীমৰ বিক্ৰান্ত আতি ত্ৰিভুৱন সাৰ।
পৃথিৱী কম্পয় ঘনে দেখি চমৎকাৰ ॥ ২০৫৬৫
কৌৰৱক কোপমনে অত্যন্তে জ্বলন্ত।
হস্তিনাপুৰক চাই নিতান্তে গৰ্জ্জন্ত ॥
নিতে গদা ধৰি সমৰক চাহে বাট।
ভূমিত কোবান্তে বসুমতী মেলে ফাট ॥ ২০৫৬৬
আছোক ভীমক ৰণে অৰ্জ্জুনক দেখি।
কোনজন কুশলে থাকিবা প্ৰাণ ৰাখি ॥
অৰ্জ্জুনৰ লগত যুজিবে যত মান।
সবে দেখি আছা মৎস্যনৃপতিৰ থান ॥ ২০৫৬৭
অদ্যাপিয়ো নাৰীগণে হাসয় বিস্তৰ।
বস্ত্ৰ হৰুৱাইলা শুনো সবাৰে গাৱৰ ॥
আনো হিত আজ্ঞাচয় শুনি মাধৱৰ।
অনন্তৰে ভীষ্ম দ্ৰোণে দিলেক উত্তৰ ॥ ২০৫৬৮
শুন শুন বাপু দুৰ্য্যোধন নৃপবৰ।
কৃষ্ণৰ বচন সাৰোগত কৰি ধৰ ॥
তযু পিতৃ ধৃতৰাষ্ট্ৰ তানো এহি চিত্ত।
আনো যত দেখা সবাহাৰে মনোনীত ॥২০৫৬৯
যাৱে যুধিষ্ঠিৰ নৃপতিৰ কোপানলে।
ক্ৰোধ দৃষ্টি চায়া সব কৌৰৱ নিৰলে ॥
যাৱদেকে সমৰত অৰ্জ্জুনৰ শৰে।
নৃপতিগণৰ শিৰ ভূমিত নপৰে ॥ ২০৫৭০
যাৱে ভীমসেনে ঘোৰ গদাৰ প্ৰহাৰে।
যমঘৰে নপঠাৱে সসৈন্যে তোমাৰে ॥
তাৱতে সত্বৰে উঠ সুগুণিবি মনে।
শৰণে পশিয়ো যুধিষ্ঠিৰৰ চৰণে ॥ ২০৫৭১
এহি বুলি মৌন ভৈল দুয়ো বীৰবৰ।
শুনি দুৰ্য্যোধনে কিছো নিদিলে উত্তৰ ॥

মৰো জীয়ো কৰি ৰাজা আছিলেক শুনি।
সেহিবেলা বিদুৰে মাতিলা মনে গুণি ॥ ২০৫৭২
বিদুৰে বোলন্ত তোক প্ৰতি শোক নাই।
মাৰন্তা জনক কোনে দিবেক জীয়াই ॥
নাহি চক্ষু বৃদ্ধ ভৈল পৰম দুৰ্ভাগি।
মই শোক কৰো এহি পাপিষ্ঠক লাগি ॥২০৫৭৩
আশকত দেখি হৰি হৰি কৰে লোকে।
আৰো দুখ পাইব শত তনয়ৰ শোকে ॥
নিদিবেক অন্ন অৱহেলা কৰি তাক।
পাচে কোনে প্ৰতিপাল কৰিবে ইহাক ॥'৭৪
তাকো প্ৰতি শোক নাহি বিদুৰে বুলিল।
কিয় হেন দুৰাচাৰ পুত্ৰক তুলিল ॥
নতু দায়া লাগন্ত ছোটত ছল পাই।
কিয় হেন তনয়ক ৰাখিলে দুনাই ॥ ২০৫৭৫
তাত হন্তে যত দুখ পাইবে নিৰন্তৰ।
নাহি শোক মোহ মোৰ কৌতুক বিস্তৰ ॥
বিদুৰৰ বচনত বৰ লাজ পাই।
মহাকোপে ৰৈল ৰাজা দশন চোবাই ॥ ২০৫৭৬
অঙ্গুলি ঠাৰিয়া বিদুৰক প্ৰতি ৰৈল।
কৃষ্ণক সম্মুখি পাচে বুলিবাক লৈল ॥
দুৰ্য্যোধন বদতি শুনিয়ো পূৰ্ব্বাপৰ।
অকাৰণে নিন্দা মোক কৰা দামোদৰ ॥ ২০৫৭৭
যি বুলিলা ৰাজ্য কাঢ়ি লৈলা পাশাছলে।
তাৰ কথা কহো আৰে শুনিয়ো সকলে ॥
ইন্দ্ৰপ্ৰস্থ হন্তে হাম্ফুলিয়া পাঞ্চো ভাই।
পাশা খেলিবাক প্ৰতি আইল মোৰ ঠাই ॥ '৭৮
মই পাশা নেখেলিলো এহি কথা জানি।
অনন্তৰে আগবাঢ়ি গৈলেক শকুনি ॥
শকুনিত হাৰিলেক সবে ৰাজ্যভাৰ।
পাঞ্চোভাই হাৰিলেক ভাৰ্য্যা আপুনাৰ ॥ ২০৫৭৯
আগে ৰঙ্গে খেলি পাচে কৰে অসন্তোষ।
গুণি চাৱা মাধৱ আমাৰ কিবা দোষ ॥
পাশা খেলি দাস ভৈল গৰ্ব্ব গৈল ভাগি।
পাচে খুজি লৈলো মই শকুনিত মাগি ॥ ২০৫৮০

তথাপিতো তুমি সবে নিন্দা ছল পাই।
ইকালত জানিলো ভালৰ ভাল নাই ॥
ৰাজ্যভাৰ হাৰি সন্ন্যাসীৰ ধৰি বেশ।
তপস্যাক মনে বনে ভৈলেক প্ৰবেশ ॥ ২০৫৮১
ভীম ধনঞ্জয় আদি যত ধনুৰ্দ্ধৰ।
পাণ্ডৱক লাগি মোৰ কিছো নাহি ডৰ ॥
শকুনিত খুজি মই লৈলো সামৰাজ।
এবে তাক পাণ্ডৱে খোজয় কোন কাজ ॥ ’৮২
যদি ৰণ জিনো মই পাণ্ডৱক মাৰি।
সকল পৃথিবী পাইবো অকণ্টকা কৰি ॥
বৈৰক নিডলি ঘোৰ সমৰত ছেদো।
অঙ্গুষ্ঠ প্ৰমাণ ৰাজ্য পাণ্ডৱক নেদো ॥ ২০৫৮৩
যদি সমৰত মৰো তভো হানি নাই।
সমুখ ৰণত পৰি স্বৰ্গলোক পাই ॥
শুনিয়োক কহো মই সত্য অঙ্গীকাৰ।
মোত ৰাজ্য খোজয় পাণ্ডৱ দুৰাচাৰ ॥ ২০৫৮৪
সূচি অগ্ৰে যত ভূমি পাৰি ভেদিবাক।
সিয়ো মানে ভূমি এৰি নেদো পাণ্ডৱক ॥
মাধৱে বোলন্ত ৰাজা বুলিলাহা ভাল।
পাণ্ডৱক হিংসা নতু কৰা একো কাল ॥ ২০৫৮৫
পাণ্ডৱক পাশা খেলি জিনিলে শকুনি।
তুমি দ্ৰৌপদীক দুখ দিলা কোন গুণি ॥
সভামাজে বিবস্ত্ৰা কৰিলা কোন কাজে।
ঊৰুত বৈসাইলা দেখিলেক সামৰাজে ॥ ২০৫৮৬
দ্ৰৌপদীৰ ক্ৰন্দনত কম্পিলেক ভূমি।
তুইতো পাণ্ডৱক নতু কিছো কৰা তুমি ॥
বিষ খুৱাই ভীমক মাৰিবে চাইলা ছলে।
জোগৃহে যে পুৰিবাক খুজিলা সকলে ॥ ২০৫৮৭
ৰাজাগণে ধন আনে তাকে চাই চাই।
ৰাজসূয় দেখিয়া পোৰয় সৰ্ব্ব কায় ॥
দেখিবে জুৱাৰি পাচে আসিলি ঘৰক।
তুইতো তুমি কিছো নতু কৰ পাণ্ডৱক ॥ ২০৫৮৮
যদি যুদ্ধ খোজস সাজিয়ো যত লাগে।
জীৱন্তে নেৰিবে সিটো ভীম কালবাঘে ॥
ভীমৰ প্ৰহাৰে হৃদয়ত পাইবি শোক।
সিবেলাত কিছো মান সুমৰিবি মোক ॥ ২০৫৮৯
দুঃশাসনে বোলে শুনা ৰাজা দুৰ্য্যোধন।
ভীষ্ম দ্ৰোণ বিদুৰৰ বুজিলাহা মন ॥
আন্টিবাক পাৰিলে এসম্মে বন্দী কৰি।
এখনে তোমাক পাণ্ডৱক দিয়ে ধৰি ॥ ’৯০
শুনি ৰাজা দুৰ্য্যোধনে ক্ৰোধ কৰি বৰ।
কৰ্ণৰ হাতত ধৰি গৈল অভ্যন্তৰ ॥
দেখি ৰাজাগণ গিৰিসিত কৰি ভাগি।
শকুনি সহিতে গৈলা ভিতৰক লাগি ॥ ২০৫৯১
দেখিলাহা কৃষ্ণে মোক অৱহেলা বৰ।
ভীষ্মৰ মুখক চাই দিলেক উত্তৰ ॥
এসে পাপী আছিলেক মন্দমতি কংস।
উপদ্ৰৱ কৰিলে যতেক জ্ঞাতিবংশ ॥ ২০৫৯২
তাৰ আগে বাপ মাৱ নৰহিল ভাই।
পাচে আলোচিয়া নিলা আমাক মতাই ॥
মই যাই দুৰ্জ্জনক বধিলো সমৰে।
সেহিদিনা ধৰি সুখী মথুৰা নগৰে ॥ ২০৫৯৩
তোৰা সেহিমতে দুৰ্য্যোধনে বন্দী কৰি।
মহাসুখে থাকা পাণ্ডৱক দিয়া ধৰি ॥
এতহন্তে গান্ধাৰিণী সমজ্যাক গৈল।
দুৰ্য্যোধন তনয়ক বুজাইবাক লৈল ॥ ২০৫৯৪
শিখাইলেক যত ৰাজনীতিৰ প্ৰমাণ।
কৃষ্ণৰ বচন বেদবাক্য সম জান ॥
ভীষ্ম দ্ৰোণ বিদুৰে বুলিলে যত যত।
যদি নকৰস বাপু মোহোৰ শপত ॥ ২০৫৯৫
বাপৰ শপত দশ কপিলা মাৰস।
যদি তই কৃষ্ণৰ বচন নকৰস ॥
শুনি ৰাজা দুৰ্য্যোধনে ক্ৰোধমনে উঠি।
গান্ধাৰী মাৱৰ বচনক দিলে পিঠি ॥ ২০৫৯৬

**দুৰ্য্যোধনৰ শ্ৰীকৃষ্ণক ধৰাৰ চেষ্টা**

হেন দেখি ৰোষ কৰি গান্ধাৰিণী গৈল।
দুঃশাসন কৰ্ণে সমে আলোচিবে লৈল ॥

ৰাজাগণে উঠি বোলে শুনা মহাৰায় ।
বান্ধি আনি কৃষ্ণক যোগাইবো তয়ু ঠাই ॥ '৯৭
মহা দুষ্ট নৃপতিগণৰ প্ৰাণবৈৰী ।
সবে মান্য পায়ো যদি ধৰিবাক পাৰি ॥
দুৰ্যোধনে বোলে কৰ্ণ উঠিয়ো সত্বৰে ।
বাছি বাছি সৈন্য পাঞ্চা চাৰিয়ো দুৱাৰে ॥'৯৮
দুঃশাসন সমে পূব দক্ষিণত থাক ।
পশ্চিমক লাগি মই পাঞ্চিলো মমাক ॥
উত্তৰক লাগি ভগদত্ত মহাবলী ।
আমাৰ আদেশ মাত্ৰ থাকিবা আকলি ॥ ২০৫৯৯
বান্ধিবাক নিয়া সবে নাগপাশ জৰী ।
খৰ্গচৰ্ম্ম নিবা বসনৰ আৰ কৰি ॥
আপুনাৰ সসৈন্যে থাকিবা বাট চাই ।
যেন মতে মাধৱক ধৰিবাক পায় ॥ ২০৬০০
ছিদ্ৰ যেৰে পাইলা তেৰে ধৰিবাহা বেঢ়ি ।
পলাইবাৰ সন্ধি জানে মহা দুষ্ট হৰি ॥
চাতুৰিক জানে কৃষ্ণ ৰণত পণ্ডিত ।
ধৰিবাহা বেঢ়ি সবে নপাৰে খণ্ডিত ॥ ২০৬০১
দুৰ্য্যোধন আলোচ জানিয়া বিদ্যমানে ।
জুমি জুমি সাত্যকি গৈলন্ত সেহিথানে ॥
দুৰাচাৰগণে আলোচিল যত মানে ।
আৰ দুই সাত্যকি শুনিলা সেহি থানে ॥ ২০৬০২
হেন শুনি সাত্যকি অগনি সম জ্বলে ।
কৃতবৰ্ম্মা বীৰত যে কহিলা সকলে ॥
শুনা কৃতবৰ্ম্মা তুমি নচাহিবা আন ।
জাণ্ট কৰি আমাৰ কটক জড়াই আন ॥ ২০৬০৩
তোমাৰ আমাৰ দুইৰ সাজি আনা ৰথ ।
দুষ্ট কৌৰৱক আজি পেশো যমপথ ॥
দুষ্টৰ দুষ্টালি কত সহিবাক পাৰি ।
কৃষ্ণক বধিবে খোজে ইটো গৰ্ব্ব কৰি ॥ ২০৬০৪
শুনি কৃতবৰ্ম্মা শীঘ্ৰবেগে গৈলা ধাই ।
তেতিক্ষণে আনিলন্ত কটক জোড়াই ॥
কেহো ৰথী ঘোটকত প্ৰমত্ত মাতঙ্গ ।
অঙ্কুশৰ প্ৰহাৰত তোলাই আছে খঙ্গ ॥ ২০৬০৫

পৰম আক্ৰান্ত দেখি সৰ্ব্বলোকে বোলে ।
দশন ভিড়িয়া যোনো নগৰক তোলে ॥
কেহো ৰথী ৰথত পদাতি সমে চাপি ।
সভাৰ দ্বাৰত গৈয়া ৰহিল বিয়াপি ॥ ২০৬০৬
সাত্যকি বদতি সবে ঐতে থাকা ৰই ।
কৃষ্ণৰ আগত মই জনাই আসো গই ॥
এহি বুলি সাত্যকিয়ে শীঘ্ৰে বেগে গৈলা ।
কৃষ্ণৰ আগত কথা কহিবাক লৈলা ॥ ২০৬০৭
শুনা শুনা দদা দুৰ্য্যোধন দুৰাচাৰ ।
একোৱে প্ৰকাৰে মন নুবুজিয়া তাৰ ॥
দুৰ্জ্জনে আলোচে প্ৰভু একেশ্বৰ পাই ।
বন্দী কৰি তোমাক থৈবাক এহি ঠাই ॥ ২০৬০৮
মাধৱে বদতি কোনে ধৰিবেক মোক ।
অকাৰণে সাত্যকি মনত কৰা শোক ॥
কিমতে ধৰিবে মোক একেশ্বৰ পাই ।
সভামাজে বন্দি তুমি থাকা বাট চাই ॥ ২০৬০৯
হেন শুনি উঠিলা সাত্যকি বীৰবৰ ।
ধৃতৰাষ্ট্ৰ ৰাজাত কহিলা নিৰন্তৰ ॥
শুনা ধৃতৰাষ্ট্ৰ ৰাজা বচন আমাৰ ।
পৰম দুৰ্জ্জন দুৰ্য্যোধন দুৰাচাৰ ॥ ২০৬১০
তাহাৰ আলোচ কহো শুনা মন কৰি ।
বন্দী কৰিবাক খোজে মাধৱক ধৰি ॥
যেন মহা মূঢ়মতি ছৱাল সকলে ।
অগনিক বান্ধি লই বস্ত্ৰৰ আঞ্চোলে ॥ ২০৬১১
নতু অগ্নি নিয়ন্তে বসন পোৰা যায় ।
দুৰাচাৰ পাপিষ্ঠ তোমাৰ সেহি নয় ॥
সাত্যকিৰ মুখে ধৃতৰাষ্ট্ৰে বাৰ্ত্তা পাই ।
তেতিক্ষণে পাঞ্চিলেক বিদুৰক চাই ॥ ২০৬১২
দুৰাচাৰ পুত্ৰ মোৰ আছে কোন থান ।
কৰ্ণ দুঃশাসন যে শকুনি সমে আন ॥
শুনিয়া বিদুৰ গৈলা আনিবাক মন ।
কাচি পাৰি আপুনি আসিলা দুৰ্য্যোধন ॥ ২০৬১৩
অৰ্দ্ধেক পথত গই লাগ পাইলা তাক ।
পুনৰপি লগে আসি পাইলন্ত সভাক ॥

যাক যৈত পাঞ্চি আছে দুৰ্য্যোধন ৰায়।
দূৰে ৰাখি ৰহিলেক সসৈন্যে জণ্টাই ॥ ২০৬১৪
পূবত ৰহিল কৰ্ণ চাপি সমদলে।
দক্ষিণত ৰৈল দুঃশাসন মহাবলে ॥
পশ্চিমত শকুনি উত্তৰে ভগদত্ত।
মৰন্তেয়ো নেৰিবাহা ৰাজাৰ সম্মত ॥ ২০৬১৫
মধ্যথানে ৰহিলেক দুৰ্য্যোধন ৰায়।
ধৰিবাক মনে মাধৱক বাট চাই ॥
পাচ হুয়া ৰহিলেক কতো ৰাজাগণ।
সেহি বেলা ধৃতৰাষ্ট্ৰে বুলিলা বচন ॥ ২০৬১৬
শুন অৰে পাপিষ্ঠ দুৰ্ম্মতি দুৰ্য্যোধন।
এনয় কুমতি তোক দিলে কোন জন ॥
যেন মহা মূঢ়মতি ছৱাল সকলে।
আকাশৰ চন্দ্ৰক ধৰিবে হাত মেলে ॥ ২০৬১৭
প্ৰচণ্ড বায়ুক যেন মহা মূঢ়মতি।
তাক ৰাখিবাক খোজে দুই হাত পাতি ॥
সেহি মত দেখো বাপু তোহোৰ সাহস।
কৃষ্ণক ধৰন্তে সবান্ধৱে হৈবি নাশ ॥ ২০৬১৮
পিতৃ হুয়া বাপ তোৰ ধৰো চৰণত।
কৃষ্ণক ধৰিবে বুদ্ধি নলৈবি মনত ॥
বিদুৰে বোলন্ত আতি শুনন্তে পাগল।
যাক যুদ্ধে নপাৰয় দেবাসুৰ বল ॥ ২০৬১৯
তিনিয়ো ভুবন থাকে যাৰ উদৰত।
ইকি দুৰাচাৰে তাঙ্ক ধৰিবে শকত ॥
মহাদেৱ সহিতে হাৰিল বাণাসুৰ।
সবান্ধৱে কংসক পেশিলে যমপুৰ ॥ ২০৬২০
মধুকৈতভক যিটো বধিলা সমৰে।
তাঙ্ক ইটো পাপিষ্ঠে কি ধৰিবাক পাৰে ॥
বিশেষত দূতক ধৰিলে লাজ পাই।
ইটো পাপিষ্ঠৰ দেখো তাতো লাজ নাই ॥ ২০৬২১
দুৰ্য্যোধনে বোলে অৰে শুন দাসীসুত।
কাত বলে এত মান নিন্দস বহুত ॥
সৰ্ব্বকালে কৃষ্ণক বখান পূৰ্ব্বাপৰ।
মই নতু দেখো একো বীৰত্ব কৃষ্ণৰ ॥ ২০৬২২
জৰাসন্ধ ভয়ে সাগৰত লৈলে ঠাই।
কাল যৱনক ডৰে বিভঙ্গে পলাই ॥
নুহি ৰাজবংশী সিংহাসন ছত্ৰধাৰী।
খাটনীয়া আছিলেক পৰম নিকাৰী ॥ ২০৬২৩
কুটুম্ব সম্বন্ধে মই দিলো ৰাজ্যখান।
সিংহাসনছত্ৰ দিয়া কৰিলো সম্মান ॥
তাৰ উপকাৰ পাইলো বৰ পাইলে লাই।
পাণ্ডৱৰ আদেশ কহয় মোৰ ঠাই ॥ ২০৬২৪
যত দেহ মানে কৃষ্ণে নলৱে আমাৰ।
বেঢ়ি ধৰ কৰ্ণ তই কিবা চাস আৰ ॥
নৃপতিৰ আদেশ প্ৰচণ্ড বোল পাই।
ৰাজাগণ সসৈন্যে উঠিলা গিৰিসাই ॥ ২০৬২৫
মাৰ মাৰ বুলি সবে একেলগে চাপি।
চতুৰ্ভিতি বেঢ়ি যাই সমাজ বিয়াপি ॥
হাতে নাগপাশ লৈয়া বান্ধিবাক মনে।
কৃষ্ণৰ সমীপ গৈয়া পাইলন্ত তেখনে ॥ ২০৬২৬
দেখি হৰি উঠিলন্ত অল্প কৰি হাসি।
দিব্যৰূপ ধৰিলন্ত সমাজ প্ৰকাশি ॥
পীতবস্ত্ৰ বনমালা কৃষ্ণৰে স্বৰূপ।
সকলে সমাজ ভৈল চতুৰ্ভুজ ৰূপ ॥ ২০৬২৭
ধৰিবাক লাগি চাৰে নয়নে নিৰেখি।
যেহি ভিতি চাৱে সবে কৃষ্ণময় দেখি ॥
কৃষ্ণক নেদেখি সবে বিয়ামোহ ভৈল।
তই কৃষ্ণ বুলি কতো পুছিবাক লৈল ॥ ২০৬২৮
এহি কৃষ্ণ বুলিয়া হাম্ফুলি কতো জন।
সাবটি ধৰিয়া বোলে তই কোন জন ॥
মাত বুজি বোলে ককাই তোৰে মই ভাই।
নবান্ধ নমাৰ মোক মেলিয়ো ককাই ॥ ২০৬২৯
এহিমতে হুলস্থুল আন্দোল মিলিল।
দুই দণ্ড মানে কাকো কেৱে নিচিনিল ॥
কৃষ্ণক নুৰাৰি সবে বুদ্ধি বলে ঘাটি।
ৰাজাগণ আসনত বসিলা উলটি ॥ ২০৬৩০
দুৰ্য্যোধনে বোলে মাধৱৰ দিন ভাল।
মায়া কৰি ছদ্মৰূপে পলাইল সকাল ॥

হেনয় অদ্ভুত মায়া নতু দেখি শুনি।
কাকো কেৱে নিচিনিল পৰ কি আপুনি ॥ '৩১
এহিমতে আছিলেক ঘটি তিনি চাৰি।
পাচে সিটো ৰূপ তৈতে এৰিলন্ত হৰি ॥
গুচিল সবাৰে ৰূপ চিনাচিনি ভৈলা।
মহাকোপে কৌৰৱক বুলিবাক লৈলা ॥ ২০৬৩২
শুন অৰে পাপিষ্ঠ দুৰ্ম্মতি দুৰ্য্যোধন।
একেশ্বৰ দেখি মোক ধৰিবাক মন ॥
কাকো লগে নেদেখি মনত অনুৰাগ।
খানিতেক ৰহ সবাহাঙ্কে পাইবি লাগ ॥ ২০৬৩৩
দেখি দুৰ্য্যোধনে পুনৰপি বোলে ধৰ।
শুনি ৰাজাগণ উঠিলেক আসনৰ ॥
ধৰিবাক লাগি সবে কাচি পাৰি যায়।
হেন দেখি হাসি তুলিলন্ত যদুৰায় ॥ ২০৬৩৪
হৃদয়ত কোপ মুখে হাসি বিতোপন।
কাঠ হাসি হাসিলন্ত দৈৱকী-নন্দন ॥
কৌৰৱক কোপে কৃষ্ণ অন্তক সাক্ষাত।
প্ৰথমতে কপালত ব্ৰহ্মা ভৈলা জাত ॥ ২০৬৩৫
দুই বাহু হস্তে দশ দিকপাল ভৈলা।
কৌৰৱক কোপমনে গৰ্জ্জিবাক লৈলা ॥
হৃদয়ত হস্তে একাদশ ৰুদ্ৰগণ।
কৌৰৱক কোপমনে গৰ্জ্জন্ত সঘন ॥ ২০৬৩৬
নিজ ৰথে চড়ি পাণ্ডৱৰ পাঞ্চো ভাই।
ছাপন্ন কোটি যাদৱ মিলিল সেহি ঠাই ॥
মাধৱৰ সখি ধনঞ্জয় মহাবল।
বামে বলভদ্ৰ বীৰ লাঙ্গল মুষল ॥ ২০৬৩৭
একাদশ ৰুদ্ৰগণে ত্ৰিশূল উচ্চাই।
মাৰ মাৰ কৰি কৌৰৱক খেদি যায় ॥
তিৰিমিৰি দেখি চক্ষু কণা যেন ভৈল।
বিস্ময় দেখিয়া সবে কৌৰৱ পলাইল ॥ ২০৬৩৮
প্ৰথমতে ৰাজা দুৰ্য্যোধন পলাই গৈল।
ভীষ্মৰ খাটৰ তলে পৰি লুকাই ৰৈল ॥
তথাপিতো গাত্ৰ কাম্পে চাৰে আগপাচ।
প্ৰচণ্ড বাতাসে যেন কদলীৰ গাছ ॥ ২০৬৩৯

দুঃশাসন সমে তাৰ ঊনশত ভাই।
গহীন গৰ্ত্তত পৰি থাকিলা লুকাই ॥
দুৱাৰ চুকত পৰি থাকিলেক কৰ্ণ।
গালে মুখে মাটি ঘঁসি ভৈলেক বিবৰ্ণ ॥ ২০৬৪০
শকুনি পৰিল মৃতকৰ বেশ ধৰি।
পেট গোট উখসাইল চক্ষু ঢেলা কৰি ॥
ভগদত্ত ৰাজা খেৰ সোটা লৈয়া মাথে।
জানু পাৰি ভূমিত পৰিলা আথেবেথে ॥ ২০৬৪১
জয়দ্ৰথ ৰাজাৰ লাগিল বেবুৰাই।
পেট উখসায়া মুখ মেলিয়া ফোঁফাই ॥
আপোনাৰ খড়গত আপুনি কটা যায়।
সুশৰ্ম্মায়ো পৰিলন্ত হামকুৰি খাই ॥ ২০৬৪২
আনো যত ৰাজাগণ পলাই বিভঙ্গে।
ভীষ্ম দ্ৰোণ বিদুৰে হাসন্ত মনৰঙ্গে ॥
কৃষ্ণৰ ৰূপত দশোদিশ চমকিল।
হাজাৰ আদিত্য যেন লগে দেখা দিল ॥ ২০৬৪৩
প্ৰদ্যুম্নক আদি কৰি যাদৱসকল।
শঙ্খ শিঙ্গা য়াৱত মেদিনী তলমল ॥
ধনুক টঙ্কাৰ কৰি সমৰক জাম্পে।
পাৱৰ সন্ধানে ঘনে ঘনে মহী কাম্পে ॥ ২০৬৪৪
একাদশ ৰুদ্ৰগণে ত্ৰিশূল উচ্চাই।
প্ৰলয়ৰ মেঘে যেন গৰ্জ্জি খেদি যায় ॥
অৰ্জ্জুনে গাণ্ডীৱ ধনু টঙ্কাৰ কৰিল।
দশোদিশ পূৰিল সাগৰো খলকিল ॥ ২০৬৪৫
কৌৰৱক ক্ৰোধত যুৰিলা পাশুপাত।
সুৰাসুৰ দৈত্য দানৱৰ ভৈল ত্ৰস্ত ॥
মেৰু গিৰি লৰিলেক যত গিৰিবৰ।
মহাভয়ে খলকিল সপত সাগৰ ॥ ২০৬৪৬
পথ এৰি উজনিক বহে নদ নদী।
পাশুপত্ৰ অস্ত্ৰ বীৰে জুৰিলেক যদি ॥
বলোভদ্ৰে হস্তিনাপুৰক ধৰি বলে।
সমুদ্ৰক টানি নেই উভাৰি লাঙ্গলে ॥ ২০৬৪৭
মধ্য সিংহাসনে নিজৰূপে ভগৱন্ত।
ধৃতি পুষ্টি কান্তি লক্ষ্মী মাৰে উপাসন্ত ॥

শঙ্খ চক্ৰ গদা পদ্ম আদি অস্ত্ৰগণে।
মূৰ্ত্তি ধৰি উপাসন্ত কৃষ্ণৰ চৰণে ॥ ২০৬৪৮
দিব্য অলৌকিক ৰূপ জ্যোতির্ম্ময় ভৈল।
চক্ষু মুদি সমস্ত কৌৰৱ পৰি ৰৈল ॥
যিবা যৈত আছিল পৰিল সেহি থানে।
সিটো মাধৱৰ ৰূপ নেদেখিল আনে ॥ ২০৬৪৯
নেদেখিলে আনো ৰাজাগণ সামৰাজে।
মহাভক্ত শিষ্ট সাধু চাৰিজন বাজে ॥
ভীষ্ম দ্ৰোণ বিদুৰ যে সঞ্জয় মহন্তে।
এহি চাৰি সিটো ৰূপ দেখিল সাম্প্ৰতে ॥ ২০৬৫০
চাৰিকো দিলন্ত কৃষ্ণে দিব্যচক্ষু দান।
আৰো সপ্ত ঋষিগণে দেখি বিদ্যমান ॥
শুভ শুভ কৰিলেক আদৰিত মনে।
পুষ্প বৃষ্টি কৰিলেক সপ্ত ঋষিগণে ॥ ২০৬৫১

—

শ্ৰীকৃষ্ণৰ হস্তিনাপুৰ ত্যাগ আৰু যুধিষ্ঠিৰক আদেশ দান

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
সহিলন্ত কৃষ্ণে কৌৰৱৰ দোষচয় ॥
পাণ্ডৱৰ হাতে সবে মৰাইবাক মনে।
কাটিবাক পাৰিয়া ক্ষেমিলা নাৰায়ণে ॥ ২০৬৫২
এহিমতে আছিলেক ঘটি তিনি চাৰি।
পাচে সিটো ৰূপ তৈত এৰিলন্ত হৰি ॥
গুচিলন্ত সবে মায়া একেশ্বৰ ভৈলা।
কৌৰৱক কোপমনে গৰ্জ্জিবাক লৈলা ॥ ২০৬৫৩
শুন অৰে দুৰ্য্যোধন তোৰ লাজ নাই।
আমাক নধৰি কেনে আছম পলাই ॥
নকাটিলো তোক মই কাটিবাক পাৰি।
ভীম অৰ্জ্জুনৰ দুইৰো অঙ্গীকাৰ স্মৰি ॥ ২০৬৫৪
এহি বুলি আসনৰ উঠিলন্ত হৰি।
ভীষ্ম দ্ৰোণ বিদুৰক বচনে সাদৰি ॥
কৃতবৰ্ম্মা সাত্যকিৰ ধৰিলন্ত হাতে।
নিজ ৰথে চৰি চলি গৈলা জগন্নাথে ॥ ২০৬৫৫

বিদুৰৰ গৃহে গৈয়া প্ৰবেশিলা হৰি।
বিদায় কৰিলা কুন্তীক নমস্কাৰ কৰি ॥
কুন্তীয়ো পুত্ৰক প্ৰতি দিলন্ত সন্দেশ।
আগবঢ়াই কৃষ্ণক পঠাইলা মহাস্নেহ ॥ ২০৬৫৬
কৃষ্ণক দেখিবে মনে সঙ্গে বিপ্ৰগণ।
আগবাঢ়ি আসিলেক ৰাধাসুত কৰ্ণ ॥
কৃষ্ণৰ পাৱত গৈয়া কৰি নমস্কাৰ।
কৰ্ণে বোলে প্ৰভু দোষ ক্ষেমিয়ো ইবাৰ ॥ ২০৬৫৭
হেন শুনি অল্প কৰি হাসিলন্ত হৰি।
নিজ ৰথে চড়িলা কৰ্ণৰ হাতে ধৰি ॥
চাহি আছে নগৰৰ নৰনাৰীগণ।
ৰথ ডাকি চলি গৈলা দেৱ নাৰায়ণ ॥ ২০৬৫৮
কৃতবৰ্ম্মা সাত্যকি সহিতে যত বীৰ।
কৃষ্ণৰ সঙ্গত চলি যান্ত ধীৰে ধীৰ ॥
এহিমতে চলি যান্ত দেৱ নাৰায়ণ।
কৰ্ণক সম্বুধি পথে বুলিলা বচন ॥ ২০৬৫৯
শুনা শুনা কৰ্ণ আৰে বচন আমাৰ।
মহামানী তুমি কিয় নকৰা বিচাৰ ॥
মহামানী তুমি আদিত্যৰ প্ৰিয় সুত।
যাৰ ভৰে নামি আছে পৃথিবী বহুত ॥ ২০৬৬০
তোমাক হেনসে কুৰু সমাজত কহে।
সাৰথিৰ পুত্ৰ বোলে ইকি গাৱ সহে ॥
নতু শুনা তুমি ইটো সংগোপ্য কাহিনী।
কুন্তীৰ গৰ্ভত জন্ম লভিছা আপুনি ॥ ২০৬৬১
সবে চেৰী লোকে ৰাধাসুত বুলি কহে।
হেন শুনি আমাসাৰ কিবা গাৱ সহে ॥
পৰাধীন জনৰ নাহিকে কিছো সুখ।
সদায় মনত মাত্ৰ সুগুচয় দুখ ॥ ২০৬৬২
মহাৰাজা কুলবধূ গুণাকৰ গুণে।
হেনয় কুন্তীত জন্ম লভিছা আপুনে ॥
আপুনাৰ জন্মৰ সংগোপ্য বাৰ্ত্তা পাই।
কি কাৰণে আছা তুমি কৌৰৱৰ ঠাই ॥ ২০৬৬৩
পৰগৃহে পিন্ধে যদি সুৱৰ্ণকঙ্কণ।
তথাপিতো ধিক তাৰ নিষ্ফল জীৱন ॥

আপুন মাতৃৰ গৃহে ভিক্ষা মাগি খাই।
তথাপিতো লাজ নাহি আপুনি বৰাই ॥ ২০৬৬৪
যদি পিতৃ মাতৃ তুল্য তোলে চিৰকাল।
তথাপিতো পৰৰ গৃহত নাহি ভাল ॥
পৰগৃহে দুখ অপমান নিৰন্তৰ।
মনে গুণি আমাতে ত্ৰৈলোক পটন্তৰ ॥ ২০৬৬৫
পিতৃ নিয়া আমাক থৈলেক গোকুলত।
শুনিয়ো নন্দৰ গৃহে মোৰ দুখ যত ॥
অপুত্ৰিণী যশোদা আমাক পুত্ৰ পাই।
নকৰিলে দায়া অনুবন্ধ কিছো নাই ॥ ২০৬৬৬
পৰৰ পুত্ৰত কিবা পৰে কৰে শোক।
পঞ্চ বৎসৰতে ধেনু চৰাইলেক মোক ॥
কতেক কহিবো মই যাতনা দুৰ্ঘোৰ।
গোপীগণ বেঢ়ি ধৰিলেক দধিচোৰ ॥ ২০৬৬৭
তথাপি নেৰাইলো মই লৰৰি পলাই।
ধৰি আনি আমাক বান্ধিলে পাচে আই ॥
গৰুপঘা আনি দিলে গোৱালীসকলে।
উড়ুখলে বান্ধিলেক শৰীৰৰ বলে ॥ ২০৬৬৮
কতো সব দুৰ্জ্জন গোৱাল যত যত।
অপবাদ দেই নাৰীগণৰ সঙ্গত ॥
আপুনাৰ নাৰীক আমাৰ সঙ্গে বোলে।
শুনিলেক পিতৃ মাতৃ গিয়াতিসকলে ॥ ২০৬৬৯
কতো জনে ভাল বোলে কতো বোলে মন্দ।
কত কত গোৱালে আমাকে কৰে দ্বন্দ ॥
হেন কথা শুনিয়া পৰম লজ্জা ভৈলো।
পাচে ৰোষ কৰি মই মথুৰাক গৈলো ॥ ২০৬৭০
তথাত দুৰ্জ্জন কংস মোৰ প্ৰাণবৈৰী।
পিতৃগৃহে গৈলো কংস মাতুলক মাৰি ॥
তাসম্বাৰ আদৰত আছো এত কাল।
উগ্ৰসেন ৰাজাক পাতিয়া মহীপাল ॥ ২০৬৭১
হেন জানি আমাৰ বচনে মহাবীৰ।
এতিক্ষণে চলা যুধিষ্ঠিৰৰ মন্দিৰ ॥
কুন্তীৰ প্ৰথম পুত্ৰ বৰ পাণ্ডৱত।
শুনিবন্ত যুধিষ্ঠিৰে আমাৰ মুখত ॥ ২০৬৭২
যুধিষ্ঠিৰে শুনি হেন বচন আমাৰ।
আগবাঢ়ি তোমাক কৰিবে নমস্কাৰ ॥
যুধিষ্ঠিৰে চাৰি ভাই সহিত তোমাক।
ৰাজা পাতি অনেক বুলিবে প্ৰিয় বাক ॥ ২০৬৭৩
কৰ্ণে বোলে ভাল প্ৰভু বুলিলা আপুনি।
ইটো কথা আমাৰ মনত আছো গুণি ॥
দুৰ্য্যোধন সহিতে আলোচি বিপৰীত।
যত দুখ পাণ্ডৱক দিছো প্ৰতিনিত ॥ ২০৬৭৪
দুৰ্য্যোধন নাম মাত্ৰ মই মূল ঘাই।
পাণ্ডৱক কৰি আছো যতেক বিলাই ॥
যত মানে বয়স মনত পৰে ভালে।
পাণ্ডৱক হিংসাত গৈলেক এত কালে ॥ ২০৬৭৫
সভামাজে দ্ৰৌপদীৰ সুমৰি বিলাই।
কোন মুখে যাইবো মই পাণ্ডৱৰ ঠাই ॥
দুই নুই প্ৰভু তুমি গুণি চাৱা লাগে।
পাণ্ডৱে সহিতে দন্দ ইজন্মে নভাগে ॥ ২০৬৭৬
আৰো তাসম্বাৰ ৰাজ্যে দুইবো মহীপাল।
আত কৰি প্ৰভু মোৰ মৰণেসে ভাল ॥
কুন্তীৰো আমাক স্নেহ নুহি অনুৰাগে।
মৰিল বুলিয়া মোক এৰি আছে আগে ॥ ২০৬৭৭
কুন্তী উপাৰ্জ্জিলে তুলিলেক ৰাধা আই।
অঙ্গীকাৰ কৰি আছো কৌৰৱৰ ঠাই ॥
দুই নুই তুমি প্ৰভু গুণি চাৱা আগে।
পাণ্ডৱে সহিতে দন্দ ইজন্মে নভাগে ॥ ২০৬৭৮
কৰযোৰ কৰি বোলে কৰ্ণ বীৰবৰ।
ক্ষমা কৰা প্ৰভু আৰো নোবোলা বিস্তৰ ॥
এহি বুলি কৰ্ণ নামি ৰহিল তথাত।
ৰথ ডাকি মাধৱ চলিলা ৰাজপথ ॥ ২০৬৭৯
পালটি আসিল যদি ৰাধাৰ নন্দন।
ৰথ ডাকি চলি যান্ত দেৱ নাৰায়ণ ॥
বৃকস্থলবাসী আসি প্ৰজা যত যত।
আগবাঢ়ি বাৰ্ত্তা পুছে কৃষ্ণৰ আগত ॥ ২০৬৮০
মাধৱৰ আগে বাৰ্ত্তা সোধে সবে বেঢ়ি।
পাণ্ডৱৰ ৰাজ্য কি কৌৰৱে দিল এৰি ॥

সময়ন্তি কৰিলাহা কুৰু পাণ্ডৱৰ ।
কিনো ৰঙ্গ ভৈল আজি আমাৰ মনৰ ॥ ২০৬৮১
একে বংশে জাত সবে কুৰু পাণ্ডুগণ ।
একে গাছ বৃক্ষ যেন পৰম শোভন ॥
তাতে কৰ্ণ শকুনি ভৈলেক কৰৱত ।
বৃক্ষৰূপ পাণ্ডৱৰ ফালিলে মাজত ॥ ২০৬৮২
তুমি আজি সবাকে কৰিলা একথান ।
আতপৰে মাধৱ আনন্দ নাহি আন ॥
শুনি হৰি হাস্য কৰি মাতিলন্ত চাই ।
অল্প কৰি মাতিলা গম্ভীৰ অভিপ্ৰায় ॥ ২০৬৮৩
কুৰু পাণ্ডৱৰ সময়ন্তি ভৈল যত ।
অল্প কালে তোমাসাত হৈবেক বেকত ॥
এহি বুলি ৰথ ডাকি চলিলন্ত হৰি ।
গধূলি বেলাত পাইলা বিৰাট নগৰী ॥ ২০৬৮৪
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
কৃষ্ণ আসিবাৰ কথা শুনি যুধিষ্ঠিৰ ॥
সসৈন্যে সহিতে সমদলে পাঞ্চ ভাই ।
আগবাঢ়ি গৈলা আনন্দৰ সীমা নাই ॥ ২০৬৮৫
আসন্ত নৃপতি কৃষ্ণে দেখিয়া পথত ।
ৰথ হন্তে নামি প্ৰণামিলা চৰণত ॥
যুধিষ্ঠিৰে আক্কোৱালি ধৰি হৃদয়ত ।
পৰম সন্তোষ ভৈলা বাক্য গদগদ ॥ ২০৬৮৬
প্ৰেমে পুলকিত তিনি তাপ ভৈল হত ।
যেন ক্ষুদ্ৰ নদীসব পৰে সমুদ্ৰত ॥
ভীমেয়ো কৃষ্ণক পাই ধৰি দুই হাতে ।
মহা স্নেহে সাৱটি ধৰিলা আথেবেথে ॥ ২০৬৮৭
যেন পতিব্ৰতা নাৰী পায়া স্বামী সঙ্গ ।
তেতিক্ষণে আনন্দ মনত মিলে ৰঙ্গ ॥
সেহিমতে কৃষ্ণক ভীমেয়ো লাগ পাই ।
কতোক্ষণ মনে ধৰি নিলে আলগাই ॥ ২০৬৮৮
অনন্তৰে কৃষ্ণক অৰ্জ্জুনে আলিঙ্গিল ।
অৰ্জ্জুনকো নাৰায়ণে আলিঙ্গি ধৰিল ॥
নকুল সহদেৱ দুই নমিলা কৃষ্ণক ।
মাধৱেয়ো আলিঙ্গি ধৰিলা দুইহস্তক ॥ ২০৬৮৯
সি বেলাত তথাতে যতেক ৰাজাগণ ।
মাধৱক নমিলেক কৌতূহল মন ॥
এহিমতে সভা মাজে বসিলন্ত হৰি ।
বসিলা পাণ্ডৱগণ কৃষ্ণক আৱৰি ॥ ২০৬৯০
মাধৱক আৱৰি চৌপাশে বীৰগণ ।
নিচুকি থাকিলা কেৱে নুবুলি বচন ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
যুধিষ্ঠিৰে কৃষ্ণক মাতিলা ধীৰে ধীৰ ॥ ২০৬৯১
যুধিষ্ঠিৰ বদতি শুনিয়ো দামোদৰ ।
তব দৰশনে মোৰ কৌতুক বিস্তৰ ॥
চিৰকালে বৃদ্ধ পিতৃমাতৃ বাৰ্ত্তা পাইলো ।
তোমাক দেখন্তে যেন মাৱক দেখিলো ॥ ২০৬৯২
কুশলে কি আছে ধৃতৰাষ্ট্ৰ নৃপবৰ ।
দুৰ্য্যোধন কুশল শতেক ধনুৰ্দ্ধৰ ॥
ভীষ্ম পিতামহ বৃদ্ধ বাহ্লীক নৃপতি ।
কুশলে কি আছে যুযুধান মহামতি ॥ ২০৬৯৩
কৃপ কৃতকৰ্ম্মা অশ্বত্থামা মহাবীৰ ।
শকুনি কুশল যাৰ কপট শৰীৰ ॥
কুশলে কি আছে সোমদত্ত মহাৰথ ।
নাৰীগণ কুশলে কি আছয় সমস্ত ॥ ২০৬৯৪
গান্ধাৰী কুশলে আছা পতিব্ৰতা মাৱ ।
বন্ধুগণ কুশলে কি আছা ঠাৱে ঠাৱ ॥
ভ্ৰাতৃ পুত্ৰ ভাগিনা মাতুল পুত্ৰচয় ।
দাসগণ আমাঠৈৰ কুশলে আছয় ॥ ২০৬৯৫
যথা অশ্বত্থামা থাকে দ্ৰোণৰ তনয় ।
সি দেশৰ কুশলক নাহিক সংশয় ॥
ব্ৰাহ্মণক দান দেন্ত সম্পত্তিক বাঢ়ি ।
আমি যিবা দিলো কিবা তাকো নৈল কাঢ়ি ॥'৯৬
পিতা পুত্ৰে ব্ৰাহ্মণৰ দোষ ক্ষমা কৰে ।
ব্ৰাহ্মণক পূজা ৰাজা কৰে কি নকৰে ॥
বিধি স্ৰজি আছে ব্ৰাহ্মণৰ শুদ্ধ কায় ।
যাৰ পৰিতোষে ধৰ্ম্ম অৰ্থ মোক্ষ পাই ॥ ২০৬৯৭
কিবা পাণ্ডৱক মন্দ বোলে কুৰুগণে ।
কিবা ভাল বোলে প্ৰভু কহিয়ো এখনে ॥

যিটো মোৰ প্ৰিয় ভাই বাসৱৰ সুত।
যাৰ বল দেখি হৰে পুজিলা বহুত ॥ ২০৬৯৮
গাণ্ডীৱ টঙ্কাৰ মেঘ গৰ্জ্জনৰ সম।
হেন ধনঞ্জয়ক প্ৰশংসে কুৰুগণ ॥
মত্ত গজ সম বলৱন্ত বৃকোদৰ।
বলে পৰাক্ৰমে যেন যম সমসৰ ॥ ২০৬৯৯
যাক ভয় সতত নছাড়ে দুৰ্য্যোধন।
হেন ভীমসেনক স্মৰন্ত কুৰুগণ ॥
মাদ্ৰীৰ তনয় সহদেৱ মহাবল।
কলিঙ্গ দেশক যিটো জিনিলে একল ॥ ২০৭০০
সুৱলিত সহদেৱ যাহাৰ বচন।
বৃদ্ধগণে সাদৰ কৰন্ত অনুক্ষণ ॥
ত্ৰিশূল সদৃশ যাৰ একৈ একৈ শৰ।
দাৰুণ যুদ্ধত ধনঞ্জয় পটন্তৰ ॥ ২০৭০১
যাৰ স্নেহ সততে নছাড়ে মোৰ মনে।
হেন নকুলক কি স্মৰন্ত কুৰুগণে ॥
ধৃতৰাষ্ট্ৰ পিতা মোৰ গান্ধাৰিণী আই।
পিতামহ ভীষ্ম দ্ৰোণ বিদুৰ খুড়াই ॥ ২০৭০২
পৰোক্ষত এহি চাৰি মোক কি বুলিল।
কিবা দুৰ্য্যোধন কিবা মোক প্ৰশংসিল ॥
যাক স্মৰি মনৰ নুগুচে দুখ শোক।
কুন্তী মাৱে কি বুলিলা তাকো কহিয়োক ॥ '৭০৩
সুচৰিতা বোৱাৰী যে দ্ৰৌপদীক পাই।
দণ্ডেক নেদেখি যাৰ দিবস নযায় ॥
এৱে কেনে তেত্ৰয় বৎসৰ পৰিহৰি।
কি কৰন্ত কুন্তী আই কহিয়োক হৰি ॥ ২০৭০৪
শিশু নকুলক দেখি পৰম বিনীত।
কোলে কৰি যাক কুন্তী মাৱে প্ৰতিনিত ॥
নিতে বোষ কৰন্ত কাতৰ কৰি কায়।
নকুলক নেদেখিলে দণ্ডে যুগ যায় ॥ ২০৭০৫
ৰাত্ৰি দিনে সৰ্ব্বদায় নুগুচে মনৰ।
চাৰিতো কৰিয়া নকুলক দায়া বৰ ॥
এৱে নকুলক এৰি তেত্ৰয় বৎসৰ।
কি কৰন্ত আই কহিয়োক দামোদৰ ॥ ২০৭০৬

পাণ্ডৱক অৰ্দ্ধৰাজ্য খুজিবাক প্ৰতি।
কৌৰৱক পাশে তুমি গৈলা যদুপতি ॥
সি কাৰ্য্য সিজিল প্ৰভু তোমাৰ প্ৰসাদ।
কৌৰৱে কি আমাক দিলেক ৰাজ্য আদ ॥ '৭০৭
সিটো দুৰ্য্যোধনৰ মনত অদভুত।
মোক ৰাজ্য নেদিবাক প্ৰতিজ্ঞা বহুত ॥
গুৰু পুৰোহিতৰ আগত বাৰম্বাৰ।
মোক ৰাজ্য নেদিবাৰ প্ৰতিজ্ঞা তাহাৰ ॥ ২০৭০৮
সঞ্জয়ৰ আগত কহিছা এহিখানি।
কৰ্ণ ভৰি আপুনি শুনিছা চক্ৰপাণি ॥
দুৰাচাৰ পাপিষ্ঠ দুৰ্ম্মতি দুৰ্য্যোধন।
সি কি ৰাজ্য দিলে প্ৰভু তোমাৰ বচন ॥ '৭০৯
যত যত হিংসা কৰি আছে দুৰাচাৰ।
সুমৰি সুমৰি মনে বিষাদ আমাৰ ॥
সভা মাজে দ্ৰৌপদীৰ যতেক নিকাৰ।
আপুনি সকলে জানা কি কহিবো আৰ ॥ '১০
অশ্ব-মহিষৰ যেন অহি-মূষকৰ।
বৈৰভাৱ কৌৰৱে নেৰয় পাণ্ডৱৰ ॥
আজি কিবা তোমাৰ বচনে জনাৰ্দ্দন।
বৈৰভাৱ এৰিলেক ৰাজা দুৰ্য্যোধন ॥ ২০৭১১
আমাৰ গৌৰৱে দুৰ্য্যোধন নৰপতি।
কিবা মোক আগবাঢ়ি নিবেক সম্প্ৰতি ॥
এৱে কিবা ৰঙ্গমনে ৰাজা দুৰ্য্যোধন।
সভামাজে উঠি কৰিবেক আলিঙ্গন ॥ ২০৭১২
বিৰোধ এৰিয়া মোক নমস্কাৰ কৰি।
জ্যেষ্ঠ ভাই বুলি মোক আদৰিবা ধৰি ॥
আমাৰ বচন কিবা নেৰয় মনত।
সবান্ধৱে বসিয়া যে কহয় সতত ॥ ২০৭১৩
তোমাৰ প্ৰসাদে দুয়ো ঘৰে একে ঠাই।
ইটো তযু উপকাৰ সুজন নযায় ॥
কৌৰৱ পাণ্ডৱ পঞ্চাধিক ভাই শত।
একেলগে সবেয়ো বসিবো আসনত ॥ ২০৭১৪
নানাবিধ উপহাস্য কৌতুহল ৰসে।
দেখি ৰঙ্গ কৰিবন্ত ভীষ্ম পিতামহে ॥

ধৃতৰাষ্ট্ৰ পিতা মোৰ গান্ধাৰিণী আই।
পিতামহ ভীষ্ম দ্ৰোণ বিদুৰ খুড়াই ॥ ২০৭১৫
আনো জ্ঞাতিগণে ৰঙ্গ কৰিবে বিস্তৰ।
দুৰাচাৰ পাপী কৰ্ণ শকুনিত পৰ ॥
তোমাৰ প্ৰসাদে প্ৰভু সিদ্ধি মনোৰথ।
সবে বন্ধুবান্ধৱক দেখিবো সমস্ত ॥ ২০৭১৬
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
এহি বুলি যুধিষ্ঠিৰে কৌতুক বিস্তৰ ॥
আনন্দৰ সীমা নাহি-প্ৰসন্ন বদন।
মাধৱৰ মুখক চাহন্ত ঘনে ঘন ॥ ২০৭১৭
শুনি হৰি অল্প কৰি মাতিলন্ত পাচে।
চৌপাশে আবৰি ৰাজাগণে শুনি আছে ॥
শুনা দদা যুধিষ্ঠিৰ কহো মই সাৰ।
তিনিবিধ প্ৰাণী জানা সকলে সংসাৰ ॥ ২০৭১৮
সত্ত্ব ৰজঃ তমঃ প্ৰকৃতিৰ তিনি গুণে।
তিনি গুণে সবাহাৰ মতি ভিন্নে ভিন্নে ॥
তমো গুণে জগতকে দেখৈ বৈৰভাৱ।
ৰজো গুণে মহাদৰ্প দাম্ভিক স্বভাৱ ॥ ২০৭১৯
সত্ত্ব গুণে শুদ্ধ আতি পৱিত্ৰ পৰম।
তিনিয়ো জগত সিটো দেখৈ মিত্ৰ সম ॥
এতেকতে দদা তুমি সাত্ত্বিক স্বভাৱ।
কৌৰৱক দেখা তুমি সুহৃদ বান্ধৱ ॥ ২০৭২০
তমো গুণে উপজিল ৰাজা দুৰ্য্যোধনে।
তিনিয়ো জগত ভাল নমানয় মনে ॥
আপুনাৰ মতি যেন উপমাক লই।
জগতকে শত্ৰু মিত্ৰ তেনয় দেখয় ॥ ২০৭২১
আৰো বাৰ্ত্তা কহো দদা শুনা সাৱধানে।
যিদিনাত যাত্ৰা দিয়া পঠাইলা আপুনে ॥
সিদিনাত পাইলো বৃকস্থল নামে গ্ৰাম।
তাতে ৰহি সিদিনাত কৰিলো বিশ্ৰাম ॥ ২০৭২২
প্ৰভাততে গৈলো কুৰু-নৃপতিৰ পুৰী।
হস্তিনাপুৰক তব আজ্ঞা শিৰে ধৰি ॥
ভীষ্ম আদি কৰি কুৰুবৃদ্ধ নিৰন্তৰ।
আগবাঢ়ি নিয়া মোক কৰিলা সাদৰ ॥ ২০৭২৩
সিদিনা ৰহিলো মই বিদুৰৰ ঘৰে।
কুন্তী পেসী সহিতে কথায়ে উজাগৰে ॥
কুন্তী পেসী তোমাক আমাৰ স্নেহ ভাৱে।
মহাদুখে আছন্ত দণ্ডেকে যুগ যাৱে ॥ ২০৭২৪
হেন দেখি মোৰ মনে ভৈল মহাভীত।
প্ৰভাততে উঠি মই বিদুৰে সহিত ॥
দুন্দুভি বজাৱে কৌৰৱৰ সভা ছানি।
কাহালি মহৰি ভেৰী নানা ৰোল শুনি ॥ '২৫
কৃতবৰ্ম্মা সাত্যকিক দুইক লগে লই।
প্ৰভাততে সভা মাজে প্ৰবেশিল গই ॥
শুনি ধৃতৰাষ্ট্ৰ ৰাজা কৰিলন্ত মান।
উচ্চ সিংহাসন দিলা বসিবাৰ থান ॥ ২০৭২৬
সি বেলাত তব যত আজ্ঞা নিৰন্তৰ।
সকলে কহিলো কুৰু সভাৰ ভিতৰ ॥
শুনি মহাভয় ভৈল কুৰুবৃদ্ধগণ।
ধৃতৰাষ্ট্ৰ নৃপতিৰ ৰাজ্য দিবে মন ॥ ২০৭২৭
গান্ধাৰীৰো ৰঙ্গ দেখি আছে সামৰাজে।
একে পাপী দুৰ্য্যোধন নৃপতিত বাজে ॥
দেখি সপ্ত ঋষিগণে বুলিলন্ত তাক।
ভীষ্মে বুলিলন্ত তান নুশুনিলে হাক ॥ ২০৭২৮
দ্ৰোণে বুলিলন্ত আৰো বিদুৰে বুলিল।
তাসম্বাৰ বাক্য শুনি অধিকে জ্বলিল ॥
পাচে দুৰ্য্যোধনে কৰিলেক অঙ্গীকাৰ।
সভামাজে আমাক গৰ্জ্জিলে বাৰম্বাৰ ॥ ২০৭২৯
সূচি-অগ্ৰে যত ভূমি পাৰি ভেদিবাক।
সিয়ো মানে ৰাজ্য দদা নেদয় তোমাক ॥
হেন জানি দদা তুমি আমাৰ বচনে।
সত্বৰে মিলায়ো পৃথিৱীৰ ৰাজাগণে ॥ ২০৭৩০
মহাঘোৰ ৰণে সমৰক কৰা সাৰ।
কৌৰৱক মাৰি ৰাজ্য লৈয়ো আপুনাৰ ॥
আপুনাৰ ৰাজ্য লৈয়ো শত্ৰুক সংহৰি।
অৱশ্যে কৰিবে লাগে অন্য পৰিহৰি ॥ ২০৭৩১
কহে ৰাম সৰস্বতী এৰি আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ২০৭৩২

### পাণ্ডৱৰ যুদ্ধ-বাঞ্ছা

নমো নমো নাৰায়ণ সৃষ্টি স্থিতি উদ্ধাৰণ
নব বিধ লক্ষণ যাহাৰ।
তেন্তে প্ৰভু আদি দেৱ কৰো লক্ষ কোটি সেৱ
জানি মোক কৰিয়ো উদ্ধাৰ ॥
মাধৱে কহিলা যত কৌৰৱ কুলৰ বাৰ্ত্তা
যুধিষ্ঠিৰে শুনি নিৰন্তৰ।
দুৰ্য্যোধনে ৰাজ্য নেদে ইহাতেসে মন খেদে
মনে মনে গুণিলা বিস্তৰ ॥ ২০৭৩৩
দ্ৰৌপদীৰ দুখ বৰ স্মৰি ৰাজ্য নিৰন্তৰ
ললাটৰ হন্তে বহে ঘাম।
ভীষ্মক দ্ৰোণক মানি গোত্ৰহত্যা মনে জানি
যুধিষ্ঠিৰ ভৈলা উপশাম ॥
ভীমৰ ক্ৰোধত বৰ চাহি আছে নিৰন্তৰ
দুয়ো নয়নৰ নীৰ বহে।
গদা গোট দাঙ্গি বৰ নাদিলন্ত ভয়ঙ্কৰ
যাৰ চোট পৃথিবী নসহে ॥ ২০৭৩৪
গাণ্ডীৱ ধনুক ধৰি অৰ্জ্জুনে টঙ্কাৰ কৰি
শবদে পূৰিলা দশোদিশ।
সহদেৱ নকুলৰ সিংহনাদ ভয়ঙ্কৰ
সভাখান ভৈল উসমিস ॥
এহিমতে বীৰচয় কৰে সবে জয় জয়
কৌৰৱক বধিবাক মন।
যুধিষ্ঠিৰ নৃপতিৰ উৎসাহ বঢ়ায়া কৃষ্ণ
সেহিবেলা বুলিলা বচন ॥ ২০৭৩৫

### মহাৰাজ বলিনাৰায়ণৰ বৰ্ণনা

ৰঘুদেৱ নৃপতিৰ ৰূপৱতী পটেশ্বৰী
তান দুই পুত্ৰ ভৈল জাত।
নিজগুণে গুণাকৰ মুকুন্দদেৱ যে বৰ
ছোট বলিনাৰায়ণ খ্যাত ॥
দৈৱযোগে হেন ভৈল যেন সূৰ্য্য অস্ত গৈল
মাণিকক বিন্ধিলেক ঘূণে।
সৰ্ব্বলোকে কৰে শোক মুকুন্দ যে পৰলোক
দেৱ ধৰ্ম্ম মৰমৰ গুণে ॥ ২০৭৩৬
তাহান কনিষ্ঠ ভাই ৰূপে যাক সম নাই
ৰঘুদেৱ নৃপতিৰ সুত।
নামে বলিনাৰায়ণ দেখি যাৰ গুণগণ
দ্বিজগণে প্ৰশংসে বহুত ॥
কায়স্থ কুলৰ বীৰ ৰঘুদেৱ নৃপতিৰ
নাৰায়ণ লস্কৰ প্ৰধান।
তানে এক কন্যা জাত ৰত্নমালা নামে খ্যাত
সুলক্ষণী নাহি যাৰ মান ॥ ২০৭৩৭
ৰঘুদেৱে কন্যা চাই পুত্ৰৰ সদৃশ পাই
বলিনাৰায়ণ তনয়ক।
বিবাহ কৰাইলো আতি মনোহৰ সভা পাতি
দশৰথে যিমতে ৰামক ॥
ৰত্নমালা মহাদই বলিনাৰায়ণ সম
প্ৰকাশিলা একত্ৰত বসি।
বন্ধুগণে জোকাৰিল নানা বাদ্যে উথলিল
স্বৰ্গত ৰোহিণী যেন শশী ॥ ২০৭৩৮
পৰাক্ৰমী গুণালয় ৰূপে যেন ধনঞ্জয়
যাৰ যশ দশোদিশে গৈল।
ধৰ্ম্মৱন্ত দেখি সাৰ স্বৰ্গ মহাৰাজা যাৰ
ধৰ্ম্মনাৰায়ণ নাম থৈল ॥
আমাৰ আশীষ বৰে যাবচ্চন্দ্ৰ দিবাকৰে
ধৰ্ম্মনাৰায়ণ চিৰঞ্জীৱ।
স্বধৰ্ম্মে পালিয়ো প্ৰজা হুয়ো একছত্ৰে ৰাজা
সদা বৰ দিয়ন্তোক শিৱ ॥ ২০৭৩৯
শুনিয়োক সভাসদ ইটো ভাৰতৰ পদ
বঢ়াটুটা দোষ ক্ষমা কৰি।
পুটাঞ্জলি কৰি স্তুতি বোলে ৰাম সৰস্বতী
সঘনে ঘুষিয়ো ৰাম হৰি ॥ ২০৭৪০

### পাণ্ডৱৰ মহিমা কীৰ্ত্তন আৰু ধৃতৰাষ্ট্ৰৰ বিলাপ

মাধৱ বদতি শুনা ৰাজা যুধিষ্ঠিৰ।
মহা বলৱন্ত দেখো তযু যত বীৰ ॥
ঘোৰ ৰণে ইন্দ্ৰকো জিনিছে বাৰম্বাৰ।
হেনয় অৰ্জ্জুন দদা সহায় তোমাৰ ॥ ২০৭৪১
দাৰুণ যুদ্ধত যাক হৰে প্ৰশংসিল।
যাক দশ দিগপালে নিজ অস্ত্ৰ দিল ॥
যিটো বীৰে পাশুপাত-অস্ত্ৰ আছে পাই।
হেন ধনঞ্জয় দদা তোমাৰ সহায় ॥ ২০৭৪২
যিটো বীৰ প্ৰচণ্ড দাৰুণ বৃকোদৰ।
মহাক্ৰোধ নিৰ্দ্দয়ত যম পটন্তৰ ॥
পৰ্ব্বত বিহৰে যাৰ পাৱৰ প্ৰহাৰে।
যাহাৰ প্ৰচণ্ড গতি পৃথিৱী নধৰে ॥ ২০৭৪৩
সমৰত হস্তীয়ে ঘোটকে দলি যাৰ।
হেন বৃকোদৰ দদা সহায় তোমাৰ ॥
নকুল সহদেৱ দুই দাৰুণ শকতি।
যাক ডৰে কাম্পে দুৰ্য্যোধন নৰপতি ॥ ২০৭৪৪
যাক ডৰে কুৰু সৈন্যগণ চমৎকাৰ।
হেন দুই বীৰ দদা সহায় তোমাৰ ॥
অৰ্জ্জুনৰ প্ৰিয় শিষ্য বীৰ যুযুধান।
এক অক্ষৌহিণী যাৰ সেনা আগুৱান ॥ ২০৭৪৫
প্ৰিয় ভাই আমাৰ সদৃশ মোৰ গুণে।
যাক যোদ্ধা বুলি লেখে ভীষ্ম দ্ৰোণ কৰ্ণে ॥
বজ্ৰ সম লোহাৰ কৱচ পৰিধান।
তোমাৰ নিমিত্তে দদা আৰি আছে প্ৰাণ ॥'৪৬
এক শত ৰথক একলে দেই ধাৱ।
হেনয় সাত্যকি দদা সহায়-তোমাৰ ॥
আমাকো লেখিবা দদা তোমাৰ নিমিত্তে।
সাৰথি স্বৰূপে যাইবো অৰ্জ্জুনে সহিতে ॥ ২০৭৪৭
বুদ্ধিবলে যিমান অৱস্থা মোৰ কায়।
সিমান অৱস্থাৰূপে আমিয়ো সহায় ॥
মোৰ যত বল-বীৰ্য্য সবে আছা জানি।
তুমি কেনে পাসৰিলা তাহাক নজানি ॥ ২০৭৪৮
যদ্যপি আমাৰ সম নাহিকে যুজাৰ।
তথাপিতো দদা মই সেৱক তোমাৰ ॥
দ্ৰুপদ বিৰাট আদি আনো বীৰচয়।
তোমাৰ নিমিত্তে দদা প্ৰাণকো আৰয় ॥ ২০৭৪৯
এতেকতে দদা তুমি হেলা পৰিহৰি।
আপুনাৰ ৰাজ্য লৈয়ো কৌৰৱক মাৰি ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
ৰাজাগণ কৃষ্ণৰ বচন শুনি ভয় ॥ ২০৭৫০
ৰঙ্গ ভৈলা কৌৰৱক যুজিবাক মন।
সিংহনাদ কৰিলেক সবে বীৰগণ ॥
সহদেৱ বীৰৰ হৰিষ ভৈল মন।
জানুশিৰে মাধৱৰ নমিলা চৰণ ॥ ২০৭৫১
শুনি দ্ৰৌপদীৰ আনন্দৰ সীমা নাই।
প্ৰদক্ষিণে কৃষ্ণৰ নমিলা দুই পাৱ ॥
পাণ্ডৱৰ কথা যত এখনে আছোক।
আত ্পৰে কৌৰৱৰ কথা শুনিয়োক ॥ ২০৭৫২
ঋষিয়ে বোলন্ত কথা শুনা মন কৰি।
যি বেলা আসিলা কৃষ্ণে কৌৰৱক এৰি ॥
সি বেলাত সমস্তে কৌৰৱ ভৈলা ভয়।
সভা মাজে ধৃতৰাষ্ট্ৰে বিলাপ কৰয় ॥ ২০৭৫৩
বিদুৰ বাহ্লীক কৃপ ভীষ্ম বিবিংশতি।
আসম্বাক ধৃতৰাষ্ট্ৰে অনাইলন্ত মাতি ॥
শাল্ব শৈল সুদক্ষিণ ৰাজা দুৰ্য্যোধন।
ধৃতৰাষ্ট্ৰ নৃপতি কৰন্ত দুখ মন ॥ ২০৭৫৪
পাণ্ডৱৰ মহিমা স্মৰন্তে মনে ভয়।
দুৰ্য্যোধন তনয়ক গৰিহা কৰয় ॥
ইহাক স্মৰন্তে মোৰ মনে অসন্তোষ।
দুৰ্য্যোধনে কৃষ্ণকে কৰিলে বৰ দ্ৰোহ ॥ ২০৭৫৫
দেখিয়ো বিদুৰ বাপু পাণ্ডৱ বিনীত।
সৰ্ব্বকালে গুৰু গৌৰৱত বৰ হিত ॥
সহিলেক কৌৰৱৰ দ্ৰোহ চিৰকাল।
তভো দুৰ্য্যোধন পাপী লগাইলে যঞ্জাল ॥ ২০৭৫৬
ক্ৰোধ বাক্যে বিষে যিকালত যুধিষ্ঠিৰে।
সমৰত কুৰুকুল অৰণ্যত ঘুৰে ॥

সি বেলাত ছুৰ্য্যোধন হৈবে দৰ্পহানি।
ঘনে ঘনে স্মৰিবে কৃষ্ণৰ বাক্যখানি ॥ ২০৭৫৭
যি বেলাত ক্রোধে বৃকোদৰ মহাৰথী।
ক্ষুদ্ৰ কুৰু-কদলিবনত যেন হাথী ॥
ৰণভূমি নসহিব দিব ঘোৰ ৰিঙ্গ।
ভয়াতুৰ পশুৰ মধ্যত যেন সিংহ ॥ ২০৭৫৮
ঘোৰ গদা তুলি ধৰি শৰীৰৰ বলে।'
যি কালত ক্রোধ মনে কৌৰৱ নিড়লে ॥
সি বেলাত ছুৰ্য্যোধনে নিন্দি সমৰক।
গৰিহা কৰিবে মনে শকুনি কৰ্ণক ॥ ২০৭৫৯
যি বেলাত সমৰে নকুল মহাকায়।
বীৰবেশে আসে ঘোৰ পৃথিৱী কম্পায় ॥
ধনু ধৰি অৰ্দ্ধচন্দ্ৰ শৰ একোপাটে।
একেলগে একো কোটি কৌৰৱক কাটে ॥ '৬০
সি বেলাত বিছুৰৰ সুমৰি বচন।
অসন্তোষ কৰিবেক ৰাজা ছুৰ্য্যোধন ॥
শতেক ঘোটক যাৰ হৰিদ্ৰা বৰণ।
মুখগোট পাণ্ডুৰ শ্যামল ছুই কৰ্ণ ॥ ২০৭৬১
সুবৰ্ণৰ তাৰা থানে থানে আছে আৰি।
তাতে চৰি যদি সহদেৱে দেই ধাৰি ॥
তেৱে সিকালত পাপমতি ছুৰ্য্যোধনে।
শকুনিক গালি পাৰিবেক ঘনে ঘনে ॥ ২০৭৬২
সি বেলাত মহাক্রোধে ক্ষত্ৰিয়কুমাৰে।
কালক আপেক্ষি যেন তক্ষক আকাৰে ॥
মাতৃৰ নিকাৰ ঘোৰ স্মৰি সেহিমতে।
বাট চাই আছে দ্ৰৌপদীৰ পাঞ্চসুতে ॥ ২০৭৬৩
ঘোৰ ধনু ধৰিয়া পৰম কোপমনে।
কপোতযূথক যেন পাঞ্চগোটা শেনে ॥
ফুৰি ফুৰি নিড়লিব কুৰু সৈন্যগণ।
দেখি শোক কৰিলেক পুত্ৰ ছুৰ্য্যোধন ॥ ২০৭৬৪
যি বেলাত অভিমন্যু ক্ষত্ৰিয়কুমাৰ।
বলে বীৰ্য্যে ৰূপে যেন কৃষ্ণৰ আকাৰ ॥
যাৰ ক্রোধ শুনন্তে আমাৰ মনে ভীত।
ভীষ্মক দ্ৰোণক যিটো নকৰে ইঙ্গিত ॥ ২০৭৬৫
বীৰ ধনঞ্জয় যাক মুহিঁ পটন্তৰ।
ভাগিন বুলিয়া আদৰন্ত গদাধৰ ॥
সিংহৰ যেনয় তেন মৃগক জোলক।
যি বেলাত ৰথে চৰি ধাৱে কৌৰৱক ॥ ২০৭৬৬
যত ছুখ দিয়া আছে কৌৰৱসকল।
ঘোৰ শৰে সবাকে দিবন্ত তাৰ ফল ॥
তেৱে সিবেলাত পাপমতি ছুৰ্য্যোধনে।
শকুনিক গালি পাৰিবেক ঘনে ঘনে ॥ ২০৭৬৭
যি বেলাত ধনঞ্জয় ইন্দ্ৰৰ কুমাৰ।
ধনু শৰ ৰথে তুলি কৰে পয়োসাৰ ॥
প্ৰাণসখি মাধৱে ডাকিবে চাৰি হয়।
যি বেলাত অৰ্জ্জুনে ৰণভূমি প্ৰবেশয় ॥ ২০৭৬৮
মহাক্রোধে কৌৰৱ সমুদ্ৰে দিবা বুৰ।
সৰ্পচয় বিনাশন্ত যিমতে গৰুড় ॥
সেহিমতে কৌৰৱক বিচাৰি বিচাৰি।
যমপুৰ ভৰাইবন্ত সবাহাঙ্কে মাৰি ॥ ২০৭৬৯
তেৱে ছুৰ্য্যোধনে কৰ্ণ শকুনিক নিন্দি।
কৃষ্ণৰ বচন সুমৰিবে কান্দি কান্দি ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
এহি বুলি ধৃতৰাষ্ট্ৰ বিলাপ কৰয় ॥ ২০৭৭০
চাই চাই আছে ৰাজাগণ নিৰন্তৰে।
ভীষ্মে উঠি ৰাজাক মাতিলা ধীৰে ধীৰে ॥
ছুইতো ৰাজা ক্ৰন্দন কৰহ ছুখমনে।
ই কথা পূৰ্ব্বত কিয় নপখিল মনে ॥ ২০৭৭১
যি বেলাত তোহোৰ তনয় ছুৰ্য্যোধন।
পাশা খেলিবাক প্ৰতি কৰি আলোচন ॥
তই যেৱে আজ্ঞা দিলি পাশা খেলিবাক।
সিবেলাত প্ৰথমে বিছুৰে দিলে হাক ॥ ২০৭৭২
যি বেলাত তব পুত্ৰ পাপিষ্ঠ কুমতি।
অধৰ্ম্ম পাশাক পাতে শকুনি সহিতি ॥
মায়া কৰি যুধিষ্ঠিৰ ৰাজাক জিনিল।
সিবেলাত পাপী তোক দ্ৰোণে হাক দিল ॥ '৭৩
যি বেলাত পাঞ্চ পতি শাৰ্দ্দূলৰ আগে।
দ্ৰৌপদীক ঘৰাইলেক মৃগক যেন বাঘে ॥

সি বেলাত তাক দিলো আমিয়ো বুজায় ।
লাভ দেখি তৈসানি তোহোৰ মন যায় ॥ ২০৭৭৪
এবে শোক কৰি কিয় হৰস আকুল ।
দুৰ্য্যোধন অনৰ্থৰ তই মাত্র মূল ॥
অদ্যাপিয়ো ৰাজা যদি দেস ৰাজ্য আদ ।
তেবে কি কাৰণে হৈবে বংশত বিবাদ ॥ ২০৭৭৫
বিষদান কৈলি আনো দ্রোহ যত যত ।
গুণাকৰ পাণ্ডুৰে যে সহিলা সমস্ত ॥
ইবাৰৰ দ্রোহ পুনু সহন নযায় ।
যেন কঙ্কালত কোব সৰ্পে আছে পাই ॥ ২০৭৭৬
সভামাজে যত কৰি আছয় বিপত্তি ।
নিতে নিতে ভীমক যে স্মৰাৱে দ্রৌপদী ॥
এবে যদি বৃকোদৰে গদা ধৰি দাঙ্গি ।
শতেক শৃগাল পাপী কৌৰৱক লাগি ॥ ২০৭৭৭
সিবেলাত তোৰা সেহি পাশটিক হান ।
আতপৰে উপায় নেদেখো মই আন ॥
এবে কি কাৰণে শোক কৰ তই অন্ধ ।
জল বহি গৈলে কি কৰিবে সেতুবন্ধ ॥ ২০৭৭৮
নাহি তোত ৰাজনীতি নজানস ধৰ্ম্ম ।
সি কাৰণে পাপী তোৰ নুগুচয় মৰ্ম্ম ॥
ইদানিক ৰাজা ৰাজনীতি ধৰ্ম্ম শুনি ।
কোন শত্রু মিত্র চিনা হুয়োক আপুনি ॥ '৭৯
ৰাজনীতি শুনি চিন শত্রু মিত্র কোন ।
কাক পৰ বুলি কাক বুলিয়া আপুন ॥
কাক হিত মন্ত্রী বুলি পাত্র বুলি কাক ।
বিদুৰত পুছ ৰাজা ইসব কথাক ॥ ২০৭৮০

বিদুৰৰ দ্বাৰা ৰাজনীতি কথন

বৈশম্পায়ন বদনি শুনিয়ো নৰেশ্বৰ ।
এহি বুলি মৌন ভৈলা গঙ্গাৰ কুমাৰ ॥
শুনি কৌতুহল ধৃতৰাষ্ট্র নৰপতি ।
ৰাজনীতি পুছিলন্ত বিদুৰক মাতি ॥ ২০৭৮১
শুনিয়ো বিদুৰ বাপ মোৰ প্রাণ ভাই ।
ৰাজনীতি ধৰ্ম্ম মোত কহিয়ো বুজাই ॥
হেনবা সুখিৰ হৱে আমাৰ মনত ।
কহিয়োক মোত ৰাজনীতি ধৰ্ম্ম যত ॥ ২০৭৮২
বিদুৰ বদতি দদা পৰম শোভন ।
প্রথমত শুনা কহো ৰাজাৰ লক্ষণ ॥
মহাশাস্ত শিষ্ট ৰাজা হৈবে ধৰ্ম্মনীতি ।
প্রজাকো বিবিধ ধৰ্ম্ম শিখাইবে সম্প্রতি ॥ '৮৩
নৃপতিৰ অসত্য বোলন্তে বৰ দোষ ।
শুনি আই বসুমতী কৰে অসন্তোষ ॥
দুৰ্গম থানত গাত কৰিবে বিস্তৰ ।
যিটোজন হোৱে বুদ্ধিমন্ত নৰেশ্বৰ ॥ ২০৭৮৪
তাতে ধনধান্যসব থৈবেক ভৰাই ।
আপদ বেলাত যেন বঞ্চিবাক পায় ॥
বিচক্ষণ নৃপতি বিচাৰি গুণগণ ।
বিচাৰিবে যত ভৃত্যগণৰ লক্ষণ ॥ ২০৭৮৫
নিজ কাৰ্য্যে সাধিবাক কতো ভৃত্যচয় ।
শত্রু জিনিবাক মনে ৰাজাক সেৱয় ॥
অন্যায়ে সন্যায়ে কৰে ধন উপাৰ্জ্জন ।
চিনিবে সামান্য সিটো ভৃত্যৰ লক্ষণ ॥ ২০৭৮৬
নৃপতিত হন্তে ঐশ্বৰ্য্যক আশা কৰে ।
গ্রাম ভূমি আশায়ে সেৱয় যিটো নৰে ॥
ফুৰয় লোকত নিজ ঐশ্বৰ্য্য দেখাই ।
চিনিবেক মধ্যম সেৱক মহাৰায় ॥ ২০৭৮৭
নৃপতিত সেৱা যিটো কৰে ৰঙ্গমনে ।
পতিব্রতা নাৰী যেন স্বামীৰ চৰণে ॥
শত ধন পাইলে'তাক নকৰে আদৰ ।
নৃপতিৰ কৰ্ম্মত প্রৱৰ্ত্তে নিৰন্তৰ ॥ ২০৭৮৮
নৃপতিত বিনে পিতৃ মাতৃকো নচায় ।
সিজন উত্তম ভৃত্য জানা মহাৰায় ॥
যদি ভ্রাতৃ ভাগিন বা সুহৃদ সম্প্রতি ।
ৰাজাৰ কুশল নবাঞ্ছিবে দিনে ৰাতি ॥ ২০৭৮৯
তাকে বুলি শত্রু যেন ৰোগ শৰীৰৰ ।
যাহাকে তেজিলে সুখে থাকে কলেৱৰ ॥
যদ্যপি পৰম পুত্র মহা হিতকাৰী ।
কায়বাক্যমনে যিটো হিতক আচৰি ॥ ২০৭৯০

তাকে বুলি হিত ৰাজা ভালমনে জানি ।
গৃহক আনিবে তাক আপুনাৰ মানি ॥
পৰে পৰপুত্ৰত কৰয় হিত বোধ ।
মহা উপকাৰী যেন বনৰ ঔষধ ॥ ২০৭৯১
আপুনাৰ সম যিটো বুদ্ধিমন্ত পাত্ৰ ।
যত হস্তী ঘোঁৰাচয় নিয়োজিবে তাত ॥
আপুনি পালিবে প্ৰজাগণক নৃপতি ।
বুদ্ধিমন্ত আপুনাৰ পাত্ৰে সমন্বিতি ॥ ২০৭৯২
পাতিবেক সেনাপতি প্ৰজাৰ ৰক্ষক ।
দুৰ্জ্জনত হন্তে ৰাখিবেক সমস্তক ॥
পিতৃৰ সদৃশ বিশ্বাসৰ যিটো ঠাই ।
তাকে ৰন্ধনত নিয়োজিবে মহাৰায় ॥ ২০৭৯৩
অৰ্থ কামলোভত নাহিকে যাৰ মন ।
দ্বাৰত পাতিবে বৃদ্ধ বৃদ্ধ দ্বাৰীগণ ॥
যেই সেই সেৱকৰ সুবুজিয়া মতি ।
আপুনাৰ ভিতৰক নিনিবে নৃপতি ॥ ২০৭৯৪
মাতৃৰ সদৃশ বিশ্বাসৰ যোগ্য যাত ।
নৃপতিৰ ৰন্ধনক নিয়োজিবে তাত ॥
নিতে একে থানত নুশুইবে নৰপতি ।
ক্ষত্ৰিয়ৰ সুবুজিয়া তনয়ৰ মতি ॥ ২০৭৯৫
অলক্ষিতভাৱে ৰাজা শুতিবে সম্প্ৰতি ।
উত্তম ভৃত্যত পৰে নজানিবে আতি ॥
দোষ গুণ নিবিচাৰি নুবুজিয়া মনে ।
প্ৰজা নদণ্ডিবে ৰাজা একৰ বচনে ॥ ২০৭৯৬
বেদৰ বিহিত যত নানাবিধ ধৰ্ম্ম ।
নানামতে নৃপতি কৰিবে নানা কৰ্ম্ম ॥
ব্ৰাহ্মণক অৱহেলা নকৰিবে মনে ।
ব্ৰাহ্মণসেৱাত পাই যত পুণ্য মানে ॥ ২০৭৯৭
যেন ফুটা কলসত নৰহয় জল ।
ব্ৰাহ্মণৰ অসন্তোষে ধৰ্ম্মৰ বিফল ॥
ব্ৰাহ্মণসেৱাত পূৰ্ণ মনৰ বাঞ্ছিত ।
আকে জানি ব্ৰাহ্মণ পূজিবে প্ৰতিনিত ॥ ২০৭৯৮
মহাশান্ত নৃপতি পৰম বুদ্ধিমন্ত ।
চাৰ চক্ষু দেখিবেক সকলো জগত ॥

কিবা দুৰাচাৰ দুষ্টে সাধুক পীড়য় ।
কিবা খট তস্কৰে প্ৰজাক দেই ভয় ॥ ২০৭৯৯
চাৰ চক্ষু চাহিয়া আপুন প্ৰজাগণ ।
দুৰ্জ্জনত হন্তে সদা কৰিবে ৰক্ষণ ॥
মল্লবিদ্যা খড়্গবিদ্যা ধনুবিদ্যা মানে ।
সেনাগণ নিবন্ধি থৈবেক থানে থানে ॥ ২০৮০০
মন্ত্ৰণা কৰিবে ৰাজা পৰম ৰহস্য ।
শত্ৰুক জিনিয়া ৰাজা কৰিবেক বশ্য ॥
সদবুদ্ধি কুবুদ্ধি প্ৰজাৰ যত যত ।
ঈশ্বৰেসে দেন্ত তাক জানিবা সমস্ত ॥ ২০৮০১
ৰক্ষা কৰিবাক যাক ঈশ্বৰৰ মন ।
তাৰ মনে সুবুদ্ধি বঢ়ান্ত নাৰায়ণ ॥
সংহৰিবে প্ৰতি যাক ঈশ্বৰৰ চিত ।
তান মনে কুবুদ্ধি বঢ়ান্ত নিতে নিত ॥ ২০৮০২
ঈশ্বৰৰ ইটো কথা বুজন নযায় ।
সুখ দুখ কৰ্ম্মফল সুকৃতিতে পাই ॥
পাপক জনান্ত হৰি মায়াবী জনক ।
পাখি জাত ভৈলে যেন পলাই চটক ॥ ২০৮০৩
ইহেন সংসাৰ সবে মায়াৰ ৰচনা ।
ঈশ্বৰে কৰন্ত সবে যত আলোচনা ॥
সেহিমতে মায়াবীক ছাড়িবেক যাই ।
মায়াপাশে মায়াত বিবিধ দুখ পাই ॥ ২০৮০৪
বিচক্ষণ নৃপতি দেখিলে প্ৰজাগণ ।
সুপুছন্তে চিনি তাৰ ভালমন্দ কোন ॥
সাধুক জানিয়া সাধু কৰ্ম্মক কৰন্তে ।
বীৰক জানিয়া মহাভয় উপগতে ॥ ২০৮০৫
অগ্নিত দহিলে জানি সুবৰ্ণৰ কায় ।
আচাৰত জানিয়া কুলৰ অভিপ্ৰায় ॥
দুখিত কালত জানি পণ্ডিতৰ জ্ঞান ।
আপদত জানি শত্ৰুমিত্ৰৰ প্ৰমাণ ॥ ২০৮০৬
ধনত জানিয়া পুৰুষৰ যেন চিত ।
নাৰী শুদ্ধ পাৰে যদি যৌৱন ৰাখিত ॥
সভা নুবুলিবা বৃদ্ধগণ নাহি যাত ।
সিয়ো বৃদ্ধ নোহে ধৰ্ম্ম নোবোলে সাক্ষাত ॥ '৮০৭

ইদানীক কহো শুনা কৰ্ম্মৰ নিৰ্ণয় ।
তাকে বুলি কৰ্ম্ম যাত দুখ সুপঞ্জয় ॥
দিবসত সি কৰ্ম্ম কৰিবে নৰপতি ।
মহাসুখে যেন বঞ্চিবাক পাৰে ৰাতি ॥ ২০৮০৮
আঠ মাস সি কৰ্ম্ম কৰিবে মহাৰায় ।
বাৰিষাত যেন সুখে বঞ্চিবাক পায় ॥
যাৰে জীৱে মানে কৰ্ম্ম কৰিবেক সাৰ ।
পৰলোকে মোক্ষ যেন হোৱে আপুনাৰ ॥ ২০৮০৯
আয়ুঃ শ্ৰী যশ কীৰ্ত্তি কৰে বিঘাতন ।
নুশুনিবে ৰাজা দুষ্ট মন্ত্ৰীৰ বচন ॥
ই কথা প্ৰমাণ লৈয়ো আপুনাতে গুণি ।
কৌৰৱৰ শ্ৰীহানি কৰিলে শকুনি ॥ ২০৮১০
বিদুৰে কহিলা যত আনো ধৰ্ম্মচয়।
সংক্ষেপে কহিলো পদ বাহুল্যক ভয় ॥
ৰাজনীতি শুনি ধৃতৰাষ্ট্ৰে জানিলন্ত ।
দুৰ্য্যোধন মহাশক্ৰ মনে মানিলন্ত ॥ ২০৮১১
পাণ্ডৱ পৰম হিত মনত জানিলা ।
তথাপিতো ৰাজ্যক দিবাক নপাৰিলা ॥

ভীষ্ম-দ্ৰোণৰ বেজাৰ

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
অনন্তৰে মাতিলেক গঙ্গাৰ কুমাৰ ॥ ২০৮১২
শুনি আছে আনো যত নৃপতি বহুত ।
দুৰ্য্যোধন ৰাজাক মাতিলা গঙ্গাসুত ॥
শুন দুৰ্য্যোধন মই বাৰ্ত্তা এক পাইলো ।
পাণ্ডৱৰ অভিপ্ৰায় সকলে জানিলো ॥ ২০৮১৩
নিজ ৰাজ্য নপাইলে পাণ্ডৱ নোহে শান্ত ।
তই ৰাজ্য নেদ তাক তেসম্বো জানন্ত ॥
সত্য অঙ্গীকাৰে বন্দী হুয়া ধৰ্ম্মপাশে ।
তথাপিতো কৃষ্ণক পঠাইলে ৰাজ্য আশে ॥ '১৪
কৃষ্ণৰ বচন পৰিহৰিলি নিশ্চল ।
সাত আঠ দিৱসত পাইবি তাৰ ফল ॥
কোন ক্ষুদ্ৰ কৌৰৱ অৰ্জ্জুনে স্বৰ্গপুৰ ।
পাশুপত্ৰ হানি ঘোৰ বধিলা অসুৰ ॥ ২০৮১৫
একেশ্বৰে অৰ্জ্জুন কৌৰৱ সমদল ।
বিৰাটনগৰে বুজি আছো তান বল ॥
ইদানিক আসিব অসংখ্য ৰাজাগণ ।
পাঞ্চ ভাই ধাৰ দিব সংগ্ৰামক মন ॥ ২০৮১৬
একৰ ক্ৰোধত তলবল ভূমিখণ্ড ।
পাঞ্চো যেৱে আসে কৰিবেক ৰণ্ডভণ্ড ॥
কৃষ্ণ যাৰ সহায় বঢ়ান্ত গাৱে বল ।
যুধিষ্ঠিৰে বিনাশিবা কৌৰৱসকল ॥ ২০৮১৭
ইন্দ্ৰৰ নিমিত্তে ঘোৰ পাশুপত্ৰ হানে ।
নিপাত কৱচগণ বধিলা অৰ্জ্জুনে ॥
সাক্ষাতে দেখিছা তই অৰ্জ্জুনৰ বল ।
যিবেলাত বান্ধি নেই গন্ধৰ্ব্বসকল ॥ ২০৮১৮
কৰ্ণ দুঃশাসন সমদলক বান্ধিলা ।
বাৰ্ত্তা কহিবাক প্ৰতি কেৱে নৰহিলা ॥
সিবেলা অৰ্জ্জুনে যদি নকৰন্ত ত্ৰাণ ।
তেৱে অবিলম্বে পাইলা হস্তে যমথান ॥ ২০৮১৯
আকে জানি কথা কহো নকৰিবা ৰাগে ।
তৃণ সম দেখো তোক পাণ্ডৱৰ আগে ॥
কুৰুবংশ ৰক্ষা যাউক সুগুণিবি মনে ।
শৰণ পশিয়ো যুধিষ্ঠিৰৰ চৰণে ॥ ২০৮২০
হেন জানি পাণ্ডৱক নকৰিবা দ্ৰোহ ।
শৰণ পশিয়ো বাপু এৰ অসন্তোষ ॥
পাণ্ডৱক বৈৰভাৱ কৰি আছা যত ।
তোক দেখি যুধিষ্ঠিৰে ক্ষমিবে সমস্ত ॥ ২০৮২১
মহাস্নেহে আলিঙ্গিব দুই বাহু মেলি ।
সুবৰ্ণৰ আপুনাৰ সিংহাসনে তুলি ॥
মহাবৈৰ বুলি যাক মানস মনত ।
হেন ভীমে তোমাক বান্ধিবে হৃদয়ত ॥ ২০৮২২
নকুল সহদেৱ আৰো ধনঞ্জয় বীৰ ।
তিনিজনে তোমাকে নমিবে জানুশিৰ ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয় ।
ভীষ্মৰ বচনে দুৰ্য্যোধন দুৰাশয় ॥ ২০৮২৩
অধোমুখে ৰহিলেক নুশুনিলে তাক ।
মহন্তে নুশুনে যেন ইতৰৰ বাক ॥

হেন দেখি ভীষ্ম দ্রোণে দুইকো দুই চাই।
অন্যো অন্যে বোলে আত পৰে দুখ নাই॥২০৮২৪
সবংশে নাশিবো ইটো পাপিষ্ঠৰ হেতু।
কুৰু কুলমধ্যে দুৰ্য্যোধন ধূমকেতু॥
আৰ অৰ্থে পাণ্ডৱক যুজিবো কেমনে।
এহি বুলি ক্রন্দন কৰন্ত ভীষ্ম-দ্রোণে॥ ২০৮২৫
ভীষ্মে বোলে আত পৰে দুখ আছে আৰ।
মহা গুণৱন্ত পাঞ্চ পাণ্ডুৰ কুমাৰ॥
মহাস্নেহে যাক কোলে-ৰোকে আছো ভুলি।
শিশুকালে আমাক মাতিলা পিতৃ বুলি॥ ২০৮২৬
পৰম বিনীত মোৰ যুধিষ্ঠিৰ নাতি।
শত্রুপক্ষ তথাপি আমাক স্নেহ আতি॥
সুকোমল লৱনু পুতলি এৰে সৰি।
তাক লাগি শৰ প্রহাৰিবো কেনে কৰি॥ '২৭
পৰম দাৰুণ বীৰ তথাপি মহন্ত।
জননীত কৰিয়া আমাক আদৰন্ত॥
বংশধৰ নাতি মোৰ পৰম নিপুণ।
কতেক কহিবো মই অৰ্জ্জুনৰ গুণ॥ ২০৮২৮
মহাশান্ত নকুল সহদেৱ দুই ভাই।
তৃণৰ প্রহাৰ কৰিবাক নুযৱাই॥
কিমতে হানিবো শৰ বজ্র সম দৃঢ়।
পৰশন্তে অগ্নি সম বিষ পটন্তৰ॥ ২০৮২৯
দ্রোণে বোলে মই মৰো ইহাকে সুমৰি।
কিমতে শৰক প্রহাৰিবো টান কৰি॥
অশ্বত্থামা পুত্র সম অৰ্জ্জুনক স্নেহ।
হাতে হাতে অস্ত্রচয় শিখাইছো নিঃশেষ॥ '৩০
হেন পাণ্ডৱক মই যুজিবো ৰণত।
পুত্রতো নিৰ্দ্দয় আমি ৰাক্ষসৰ মত॥
অৰ্জ্জুনে যিমতে মোক কৰন্ত সন্মান।
অশ্বত্থামা আদৰ নকৰা হেন থান॥ ২০৮৩১
এতেকতে পুত্রতো অধিক ধনঞ্জয়।
কিমতে যুজিবো তাঙ্ক নিদাৰুণ মই॥
আমি যত হিত বোলো নুশুনয় ভালে।
এতেকতে ভীষ্ম আক গ্রাসিলেক কালে॥ '৩২

গান্ধাৰীয়ো শিখাইলেক অনেক প্রকাৰে।
আমিয়ো শিখালো নুশুনয় দুৰাচাৰে॥
পাণ্ডৱৰ দুখ শুনি কুতূহল মনে।
জিনিবাক আশ কৰে দুষ্ট দুৰ্য্যোধনে॥ ২০৮৩৩
খৰালিত গঙ্গাদেৱী শুখাই যান্ত আতি।
তান বেগ জলেশ্বৰে ৰাখে গাৱ পাতি॥
সেহিমতে পাপী দুষ্ট জলেশ্বৰ সম।
পাণ্ডৱ ভৈলন্ত গঙ্গা অমোঘ বিক্রম॥ ২০৮৩৪
প্রথমতে কুৰুবৃদ্ধ আপুনি প্রমাণ।
হিতযুক্ত মন্ত্রণা কহিলা যেন থান॥
বিদুৰে বুলিলা আক সময়ন্তি মনে।
কাৰ্য্য বুজি আপুনি আসিলা নাৰায়ণে॥ ২০৮৩৫
চাৰি ভাই দ্রৌপদী সহিতে যুধিষ্ঠিৰ।
বনবাসে যথাত থাকন্ত মহাবীৰ॥
তথাতে হস্তিনাপুৰ সকলে সম্পন্ন।
আঠাইশ সহস্র ঋষি নিতে ভুঞ্জে অন্ন॥ ২০৮৩৬
যাৰ আজ্ঞা কৰন্ত লক্ষেক ৰাজাগণে।
হেন পাণ্ডৱক ৰণ জিনিবেক কোনে॥
মহাবীৰ ভীম ধনঞ্জয় ধনুৰ্দ্ধৰে।
কুবেৰক জিনি ৰত্ন আনিবাক পাৰে॥ ২০৮৩৭
ইঙ্গিততে সমস্তে ৰাজাৰ কৰ লৱে।
তথাপি পিতৃৰ ৰাজ্য খোজন্ত পাণ্ডৱে॥
মহাধৰ্ম্ম সন্ত সাধু পাণ্ডুপুত্রগণ।
তাঙ্ক যদি বিবাদ কৰস দুৰ্য্যোধন॥ ২০৮৩৮
তেৱে তোক এৰিবেক ধনে জনে সুখে।
ৰাজ্যভোগে এৰিবে পাইবেক বৰ দুখে॥
যদি ভীষ্মে যুজন্ত আমি বা কৰো ৰণ।
যদি তযু সখা হুয়া আসে দেৱগণ॥ ২০৮৩৯
তথাপিতো পাণ্ডৱক যুজন নযায়।
পতিব্রতা দ্রৌপদী আছন্ত যাৰ ঠাই॥
মহাসতী গুণৱতী শান্তি সুচৰিতা।
দ্রৌপদী থাকন্তে পাণ্ডৱৰ কোন চিন্তা॥ '৪০
যাৰ মন্ত্রী ভৈলন্ত আপুনি জনাৰ্দ্দন।
তাঙ্ক জিনিবাক আশা কৰে দুৰ্য্যোধন॥

ভ্ৰাতৃ যাৰ ধনঞ্জয় বীৰ শিৰোমণি।
গদা ধৰি ভীম বলীমধ্যে অগ্ৰগণি ॥ ২০৮৪১
অনুকূল আছা আৰো ব্ৰাহ্মণসকল।
বেদ পঢ়ি নিতে আশংসন্ত যাৰ বল ॥
বাৰম্বাৰ ৰাজা তোত কহো নিষ্ট কৰি।
পাণ্ডৱক যুজিলে অৱশ্যে যাইবি মৰি ॥ ২০৮৪২
দ্ৰোণে বুলিলেক যেৱে যুগুত বচন।
শুনি মৌনে ৰহিলেক ৰাজা দুৰ্য্যোধন ॥
সভামাজে যত ৰাজাগণে শুনি আছে।
ধৃতৰাষ্ট্ৰে সঞ্জয়ক মাতিলেক পাচে ॥ ২০৮৪৩

কৰ্ণক পাণ্ডৱপক্ষ লৱলৈ শ্ৰীকৃষ্ণৰ অনুৰোধ

শুনিয়ো সঞ্জয় আৰে আমাৰ বচন।
কৃষ্ণৰ পাচত গৈল ৰাধাসুত কৰ্ণ ॥
ৰাজপুত্ৰ অনেক গৈলন্ত তান কাছে।
চতুৰ্ভিতি কৰ্ণক বেঢ়িয়া আগে পাচে ॥ ২০৮৪৪
কৰ্ণ যদি গৈল আগ বঢ়াইবাক মনে।
শুনিলো ৰথত তুলি নিলা নাৰায়ণে ॥
কত দূৰ কৰ্ণক নিলন্ত দেৱহৰি।
কি কহিলা কৃষ্ণে কহিয়োক জাণ্ট কৰি ॥ '৪৫
কিবা মৃদু বুলিলন্ত বঢ়াইবাক মনে।
পাণ্ডৱক থানে তাঙ্ক নিবাৰ কাৰণে ॥
কিবা তীক্ষ্ণ বুলি আৰ তোলাই দিলা খঙ্গ।
অল্পতে কলহ লগাই চাহিবেক ৰঙ্গ ॥ ২০৮৪৬
সঞ্জয় বদতি শুনিয়োক নৰেশ্বৰ।
কৰ্ণক তুলিলা কৃষ্ণে ৰথৰ উপৰ ॥
নগৰৰ বাজ ভৈল ডাকি দিব্য ৰথে।
কৰ্ণক সম্মুখি কৃষ্ণে বুলিলেক পথে ॥ ২০৮৪৭
লগতে আসিয়া আছে আনো বীৰগণ।
কৰ্ণক সম্মুখি কৃষ্ণে বুলিলা বচন ॥
মাধৱ বদতি কৰ্ণ শুনিয়োক বাক।
ত্ৰিভুৱনে সম বীৰ নাহিকে তোমাক ॥ ২০৮৪৮

মহাদানী তোমাক উপাসে বিপ্ৰচয়।
তাসম্বাত শুনি আছো ধৰ্ম্ম যেন নয় ॥
কন্যাকালে জন্ম আৰো শুনি আছো ভালে।
যাৰ পুত্ৰ হৱে যাত অবিবাহ কালে ॥ ২০৮৪৯
সি কন্যা বিবাহ যিটো কৰে দৈৱবশে।
সেহিজন তাৰ পিতৃ শাস্ত্ৰে যে প্ৰকাশে ॥
এতেকে তোমাৰ জন্ম কুন্তীকন্যাকালে।
কুন্তীক বিহাইলে পাচে পাণ্ডু মহীপালে ॥ '৫০
ইদানীক শাস্ত্ৰ দেখি হুয়ো পৰিচয়।
পাণ্ডুসে তোমাৰ পিতৃ হেন শাস্ত্ৰে কয় ॥
এতেকে পিতৃৰ পক্ষ পাণ্ডৱ তোমাৰ।
মাতৃপক্ষ বৃষ্ণিবংশ সবে আপুনাৰ ॥ ২০৮৫১
গুণৱন্ত ৰূপৱন্ত সবে ধনুৰ্দ্ধৰ।
পাঞ্চ পাণ্ডৱতো কৰি বয়সত বৰ ॥
আমিয়ো সেৱিবো সবাহাৰে মনে খাটে।
ৰাজা হুয়ো কৰ্ণ পাণ্ডৱৰ দণ্ডে পাটে ॥ ২০৮৫২
যুধিষ্ঠিৰে দেখি কৰিবন্ত নমস্কাৰ।
ধৱল ছত্ৰক ধৰি ঢুলিব চামৰ ॥
নকুল সহদেৱ দুই ধৰিবন্ত দণ্ড।
তোমাৰ পাদুকা দুই ভীমে বহিবন্ত ॥ ২০৮৫৩
দ্ৰৌপদী তোমাৰ আসি পখালিব ভৰি।
আমি থাকিবোহো কৰ্ণ তযু সেৱা কৰি ॥
যাক ডৰে তোমাৰ ৰাত্ৰিও নিদ্ৰা নাই।
শয়নে ভোজনে যাক চিন্তা বৈৰ ভাই ॥ ২০৮৫৪
হেন ধনঞ্জয় বীৰে পৰম সাদৰে।
মহাৰঙ্গে বিঞ্চিবন্ত ধৱল চামৰে ॥
দ্ৰুপদ বিৰাটৰাজা সাত্যকি প্ৰভৃতি।
তোমাকে সেৱিবে আনো লক্ষেক নৃপতি ॥ '৫৫
যিটো দ্ৰৌপদীক দেখি কুৰুবীৰগণ।
কামবাণে মোহিত ভৈলেক সৰ্ব্বজন ॥
হেন দ্ৰৌপদীক কৰ্ণ আশা কৰা তুমি।
মাসেক তোমাক বণ্টা কৰি দিবো আমি ॥ '৫৬
পাণ্ডৱৰ বিপ্ৰগণ মহা ব্ৰহ্মচাৰী।
ব্যাঘ্ৰচৰ্ম্ম আসন নৈষ্ঠিক ব্ৰতধাৰী ॥

তাসম্বাক নমিয়া নৃপতি ভুঞ্জা অন্ন ।
যুধিষ্ঠিৰ নৃপতিৰ পুৰোহিতগণ ॥ ২০৮৫৭
তাসম্বাৰ কৌতুকে তোমাক লাগ পায় ।
ৰাজ্য জোকাৰিবে আতি শুভক্ষণ চাই ॥
দেখি ৰঙ্গ হৈবে কুন্তী তোমাৰ জননী ।
বন্ধুগণে কৌতুক কৰিবে ভিন্নে ভিন্নি ॥ ২০৮৫৮
শত্রুগণে মনত কৰোক অপমান ।
এতিক্ষণে চলা তুমি পাণ্ডৱৰ থান ॥
পৰগৃহে থাকিতে কিঞ্চিতো সুখ নাই ।
মই দুখ পাইলো যত গোকুলক যায় ॥ ২০৮৫৯
সঞ্জয় বদতি শুনিয়োক নৃপবৰ ।
নীতিশাস্ত্রে পৰম পণ্ডিত গদাধৰ ॥
আগ-পাচ চিনায়া বুলিলা দেৱহৰি ।
আমি সবে শুনিয়া আছিলো কৰ্ণভৰি ॥ ২০৮৬০
কৃষ্ণৰ বচন যেৱে শুনিলেক কৰ্ণ ।
গুণিবাক লৈলা অধোমুখে মনে মন ॥
দুই দণ্ড মানে গুণি কৰিলন্ত থিৰ ।
কৃষ্ণক সম্মুখি মাতিলন্ত ধীৰে ধীৰ ॥ ২০৮৬১
কৰ্ণে বোলে জানো কুন্তী মাৱৰ দুৰ্নয় ।
পাণ্ডুৰ ক্ষেত্ৰত জন্ম বিচাৰত মই ॥
পোষ্টা পিতৃ অধিৰথ ৰাধা মোৰ আই ।
বাঢ়ি আছে মোৰ দেহ তানে স্তন খাই ॥ ২০৮৬২
পুত্ৰ বুলি আগে বিষ্ঠা পেলাইছে আমাৰ ।
কেনমতে তাহাঙ্ক কৰিবো পৰিহাৰ ॥
কুন্তীৰ দুৰ্নয়কথা কহিবোহো কত ।
জন্ম দিয়া আমাকে পেলাইলে সাগৰত ॥ ২০৮৬৩
অভেদ্য কৱচ দিলা পিতৃ দিবাকৰে ।
সি কাৰণে নমৰিলো জলৰ ভিতৰে ॥
দৈৱযোগে হেন মোৰ অদৃষ্টত আছে ।
অধিৰথে পাই মোক তুলিলেক পাচে ॥ ২০৮৬৪
মাতৃৰ দোষত থাকি কুৰু-সমাজত ।
ভীষ্মৰ গালিক মই সহিবোহো কত ॥
ভীষ্মে বোলে শুন অৰে কৰ্ণ দুৰাচাৰ ।
নাহি পিতা মাতা তই তনয় কাহাৰ ॥ ২০৮৬৫
কিবা অধমত জাত উত্তমত হন্তে ।
নজানিয়া আমাক চোৱস কেনমতে ॥
মাতৃ যাৰ দুষ্টা প্ৰভু কহো তযু আগে ।
উপজি মৰোক তাৰ জীৱাক নলাগে ॥ ২০৮৬৬
তযু সদবুদ্ধি প্ৰভু নপশয় কাণে ।
বিনাশৰ কাল ভৈল জানি আছো মনে ॥
অনুমানে জানো তযু অভিপ্ৰায় যত ।
ভূমিভাৰ সংহাৰ কৰিয়া সমৰত ॥ ২০৮৬৭
বুদ্ধিছলে বধিবা ৰাখন্তা কেৱে নাই ।
আমি চাৰিজন ভৈলো কলঙ্কৰ ঘাই ॥
দুঃশাসন দুৰ্য্যোধন শকুনি মই চাৰি ।
আমি সবে ভৈলো মাত্ৰ কলঙ্কৰ ভাৰী ॥ ২০৮৬৮
কালে আসি পীড়িলে ৰাখন্তা কেৱে নাই ।
কুৰুবংশ সকলে কৰিবা তুমি ঠাই ॥
তুমি নোহা মনুষ্য সাক্ষাতে নাৰায়ণ ।
অল্পতে মিলাইবা কুৰু-পাণ্ডৱৰ ৰণ ॥ ২০৮৬৯
নানাবিধ উৎপাত দেখিয়া ঠাই ঠাই ।
প্ৰজা নষ্ট হুইবে হেন কাৰণতে পাই ॥
গৃহযুদ্ধ ভৈল গুৰু চাণ্ডালী সহিত ।
বিনাশৰ কাল আসি ভৈল উপস্থিত ॥ ২০৮৭০
যুদ্ধভঙ্গ হুইবো আমি কৌৰৱ সকল ।
নানাবিধ প্ৰজাত দেখিলা বিমঙ্গল ॥
হস্তী ঘোৰা কান্দে শব উভতি পৰয় ।
সৈন্যৰ মধ্যত কাক-শৃগালে ৰটয় ॥ ২০৮৭১
অকাৰণে মনদুখে নিৰুৎসাহ বৰ ।
ইসব লক্ষণে ভঙ্গ দেখো কৌৰৱৰ ॥
নিতে নিতে চৰমুখে শুনিছো প্ৰত্যেক ।
বলৱন্ত পাণ্ডৱৰ বিক্ৰম যতেক ॥ ২০৮৭২
সবাৰে মধুৰ বাক্য শ্ৰীমন্ত বদন ।
ৰাত্ৰি দিনে শুনো সবে যুজিবাক মন ॥
সমৰৰ নাম শুনি মত্ত হস্তীচয় ।
লোহাৰ হেঙ্গাৰ ভাঙ্গি ত্বৰিতে চলয় ॥ ২০৮৭৩
মাহুতে খুন্দিলে দেখ নেদেখতে ধৰে ।
গড় প্ৰাঙ্গি ভাঙ্গি যেন পৰ্ব্বত বাগৰে ॥

উদণ্ড হস্তীৰ গুণ কহন নযায় ।
দুৰত নমস্ত পাণ্ডৱক শুণ্ডে পাই ॥ ২০৮৭৪
নাহি দ্বন্দ্ব-বাদ প্ৰজা কৌতূহল মন ।
সুগন্ধ শীতল বহে মলয়া পৱন ॥
তূণ ভৰি ভৰি ভাল ভাল অস্ত্ৰ আছে ।
ৰণৰঙ্গে ঘোঁৰাসব থিয়লাঞ্জে নাচে ॥ ২০৮৭৫
যুদ্ধক প্ৰবন্ধ শুনি সকলে লোকৰ ।
ইসব লক্ষণে দেখো জয় পাণ্ডৱৰ ॥
আৰো অদভুত দেখো কৌৰৱৰ ঠাই ।
ইহাক স্মৰন্তে মোৰ ৰাত্ৰি নিদ্ৰা নাই ॥ ২০৮৭৬
নিৰ্ভয় স্বৰূপে দেখো যত প্ৰজাচয় ।
ৰাত্ৰিদিনে ব্ৰাহ্মণৰ হিংসা আচৰয় ॥
গুৰুক নিন্দিয়া শিষ্যে বোলে মূৰ্খ বৰ ।
নকৰে স্বামীক নিন্দি মাতে অনুত্তৰ ॥ ২০৮৭৭
পিতৃক নমানে পুত্ৰে নাহি ভয় ভীত ।
কৌৰৱৰ মৃত্যুকাল ভৈল উপস্থিত ॥
আজি ৰাতি প্ৰভু মই দেখিলো সপোন ।
সপোনৰ কথা আৰে শুনা নাৰায়ণ ॥ ২০৮৭৮
দুৰ্য্যোধন ৰাজা সমে এক শত ভাই ।
সপোনত সবে আসি ভৈলো একঠাই ॥
ঔৰ কুসুমৰ মালা সবাৰো শিৰত ।
সবে হস্তে চৰিলো গৰ্দ্দভ বাহনত ॥ ২০৮৭৯
দক্ষিণক চলি যাওঁ মৃগয়াক মনে ।
ভয়ঙ্কৰ গৰ্ত্তক দেখিলো সেহি থানে ॥
দাৰুণ পুৰুষগণে তৈতে লাগ পাইল ।
অধোমুখে সবাহাক্কে গৰ্ত্তত পেলাইল ॥ ২০৮৮০
ভীষ্ম দ্ৰোণ সমে আসি সবে একেঠাই ।
সপোনতে ডৰতে কাম্পয় মোৰ কায় ॥
সপোনত দেখিলো নৃপতি যুধিষ্ঠিৰে ।
তুমি সমে বসি আছা পৰ্ব্বত উপৰে ॥ ২০৮৮১
শুক্ল বস্ত্ৰ পৰিধান চাৰি ভাই সঙ্গে ।
সসাগৰা পৃথিৱী গিলন্ত মহাৰঙ্গে ॥
সপোনতে ডৰতে কাম্পয় হাত ভৰি ।
ৰুধিৰ পিয়ন্ত দুই আঞ্জলিক ভৰি ॥ ২০৮৮২
সুৱৰ্ণৰ পাত্ৰত ভৰিয়া দিলা আনি ।
ঘৃত অন্ন দধি ৰাজা পিয়ন্ত আপুনি ॥
সপোনৰ ফলে ৰাজ্য পাইবা যুধিষ্ঠিৰ ।
সমৰত মাৰিবা সমস্তে কুৰুবীৰ ॥ ২০৮৮৩
পৃথিৱীৰ বীৰক একত্ৰ কৰি ৰণে ।
যুদ্ধযজ্ঞ প্ৰৱৰ্ত্তাইবা জানি আছো মনে ॥
ভীষ্মক দ্ৰোণক পাই দ্ৰুপদকুমাৰে ।
ধৃষ্টদ্যুম্ন শিখণ্ডীয়ে যিবেলা সংহৰে ॥ ২০৮৮৪
সমস্ত নৃপতিগণ পৰিবে ৰণত ।
যিবেলাত মোক ধনঞ্জয়ে কৰে হত ॥
দুৰ্য্যোধন ৰাজা সমে এক শত ভাই ।
যিবেলাত ভীমে একেশ্বৰে কৰে ঠাই ॥ ২০৮৮৫
সিবেলাত যজ্ঞ প্ৰভু হুইবে সমাপত ।
দক্ষিণা দিবাক পাচে গুণিবা মনত ॥
যজ্ঞৰ দক্ষিণা হুইবে সুৱৰ্ণ বিহিত ।
স্বভাৱে সুৱৰ্ণ উপজিছে অগনিত ॥ ২০৮৮৬
এহি গুণি তযু মনে কৰিবাহা সাৰ ।
ধৃষ্টদ্যুম্ন বীৰ আৰো দ্ৰুপদকুমাৰ ॥
অগনিৰ কুণ্ডত ভৈলেক উতপতি ।
তাক মাৰি দক্ষিণা কৰাইবা সমাপতি ॥ ২০৮৮৭
যিবেলা বিধৱা কৌৰৱৰ ভাৰ্য্যাগণ ।
স্বামীশোকে মহাদুখে কৰিবে ক্ৰন্দন ॥
পুত্ৰশোকে গান্ধাৰী পৰিবে মূৰ্চ্ছা যায় ।
কৰ্ণ কৰ্ণ বুলিয়া কান্দিবে ৰাধা আই ॥ ২০৮৮৮
নানাবিধ বিলাপ কৰিবে ভিনে ভিন ।
অৱভৃথ-স্নান পাণ্ডৱৰ সেহি দিন ॥
মাধৱ বদতি কৰ্ণ সৰ্ব্বজান তুমি ।
ভূত ভবিষ্যৎ কথা কহিলা আপুনি ॥ ২০৮৮৯
জানা যদি সবংশে মৰিবা ঘোৰ ৰণে ।
তেৱে মোৰ বচন নকৰা কি কাৰণে ॥
এভো বোলো শুনা মোৰ বাক্য যে প্ৰত্যেক ।
পাণ্ডৱৰ পাটত তোমাৰ অভিষেক ॥ ২০৮৯০
ৰাজা হুয়া পাণ্ডৱ সহিতে দিয়া থাকি ।
ইয়ো ৰাজ্যখান লৈয়ো কৌৰৱক মাৰি ॥

এভো প্ৰতি প্ৰতি কৰ্ণ কহো তযু আগে।
এহিক্ষণে চলা ফিৰি যাইবাক নলাগে ॥ ২০৮৯১
কৰ্ণ বোলে জগতকে আছা বন্দী কৰি।
তোমাৰ মায়াক প্ৰভু এৰাইতে নপাৰি ॥
সি কাৰণে তযু বাক্য নলৈবয় মনে।
প্ৰাণতো অধিক মোৰ ৰাজা দুৰ্য্যোধনে ॥ ২০৮৯২
অগৰু চন্দন দিয়া কৰি বহুমান।
নিতে পূজা কৰে মোৰ বাহু দুইখান ॥
দুৰ্য্যোধন নাম মাত্ৰ মইসে নৃপতি।
তেহ্রু বৰ্ষ অকণ্টকে ভুঞ্জো বসুমতী ॥ ২০৮৯৩
কৰ্ণ সম বীৰ কেৱে নাহি ত্ৰিভুৱনে।
ৰাজাগণ মধ্যে প্ৰশংসয় দুৰ্য্যোধনে ॥
আসি আছে যত পৃথিবীৰ বীৰচয়।
মাস দুই তিনি কৰি প্ৰবাস থাটয় ॥ ২০৮৯৪
এৱে যদি যাওঁ মই তব বাক্য পালি।
শুনি ৰাজাগণে মোক পাৰিবেক গালি ॥
অধিৰথ পিতৃ পাইলো কত তপস্যায়।
ৰাধা সম মাতৃ মোৰ ত্ৰিভুৱনে নাই ॥ ২০৮৯৫
নকৰিলে ঘিণ মোৰ মূত্ৰ পুৰীষত।
কৰিলেক জাতকৰ্ম্ম আদি কৰ্ম্ম যত ॥
বসুসেন নাম থৈলা হাবিলাষে আতি।
বিবাহ কৰাইলা কন্যা মহা ৰূপৱতী ॥ ২০৮৯৬
তাসম্বাত জন্মিল আমাৰ পুত্ৰগণ।
নাতি দেখি ৰাজাৰ হৰিষ কৰে মন ॥
ৰাত্ৰিদিনে আনন্দে যে বোলয় মনতে।
পিণ্ড-জলাঞ্জলি পাইবো কৰ্ণপুত্ৰ হস্তে ॥ ২০৮৯৭
আজি যদি প্ৰভু তেসম্বাক বঞ্চো মই।
মোকো দৈৱে বঞ্চিবেক কহিলো নিশ্চয় ॥
আসি আছে যত পৃথিবীৰ ৰাজাগণ।
যুদ্ধ কৰিবাক প্ৰতি সবাহাৰে মন ॥ ২০৮৯৮
যুদ্ধ বিনা মৰণ নিন্দিত ক্ষত্ৰিয়ৰ।
আকে জানি সমৰ মিলায়ো গদাধৰ ॥
মাধৱ বদতি কৰ্ণ জানিছা আপুনে।
তথাপিতো কিছো কহো শুনিয়ো শ্ৰৱণে ॥ ’৯৯

সত্যে ৰণ জিনিবেক পাণ্ডৱসকল।
জয়ধ্বনি শুনি পাণ্ডৱৰ সুমঙ্গল ॥
বিশ্বকৰ্ম্মে নিৰ্ম্মি আছে দিব্যমায়াবলে।
ভয়ঙ্কৰ প্ৰচণ্ড বানৰ গোট জ্বলে ॥ ২০৯০০
যিবেলাত দেখা শ্বেতবৰ্ণ চাৰি হয়।
আগত সাৰথি কৃষ্ণ আছে ধনঞ্জয় ॥
বামত গাণ্ডীৱ ধনু কৰিবে টঙ্কাৰ।
দক্ষিণত দেৱদত্ত শৰ চমৎকাৰ ॥ ২০৯০১
যি বেলা সংগ্ৰামে বীৰ ভীষ্ম অনিৰ্ব্বাৰ।
দ্ৰোণ কৃপ অশ্বত্থামা নৃপতি আমাৰ ॥
এৰ্কেকৰ লগে চলে সৈন্য গুৰুতৰ।
নিবাৰন্ত যি বেলা অৰ্জ্জুন একেশ্বৰ ॥ ২০৯০২
সিবেলাত ঘোৰৰণে দেখিবা আপুনি।
কৌৰৱ পতঙ্গ বীৰ অৰ্জ্জুন অগনি ॥
যিবেলাত বেঢ়ি থাকা কুৰুবাৰচয়।
তৃণৱত কৰি ভীমসেনে নগণয় ॥ ২০৯০৩
তেসম্বাৰ মধ্যে পশি ক্ৰোধে বিপৰীত।
বাঘে যেন হৰিণৰ পিৱয় শোণিত ॥
সেহিমতে ভীমে দুঃশাসন ধৰি বলে।
তেজ খাই নাচন্ত পৰম কৌতুহলে ॥ ২০৯০৪
সিবেলা দেখিবা বীৰ দাৰুণ সমৰ।
ডৰে নিদ্ৰা নাসিব সমস্ত কৌৰৱৰ ॥
যিবেলা দেখিবা যুধিষ্ঠিৰ মহাশয়।
তপোবলে আপুনাৰ সৈন্যক ৰাখয় ॥ ২০৯০৫
তেজবলে বিনাশিবে শত্ৰু সৈন্য বৰ।
সি বেলা দেখিবা বীৰ দাৰুণ সমৰ ॥
কিন্তু কৰ্ণ শুনা আৰে আমাৰ বচন।
কাৰ্ত্তিক নিবৰ্ত্তি মাস হুইবেক আগ্ৰণ ॥ ২০৯০৬
আজি হন্তে লেখি সাতদিনৰ ভিতৰে।
দুৰ্ঘোৰ সমৰ হুইবে কুৰু-পাণ্ডৱৰে ॥
ঘোৰ শৰে যত প্ৰজাগণে চোট পাই।
নপকিবে নগলিবে জাৰ জহ নাই ॥ ২০৯০৭
কৰ্ণে বোলে শুনা প্ৰভু আমাৰ বচন।
পুণ্যভূমি মহা কুৰুক্ষেত্ৰ বিতোপন ॥

মহানদী গঙ্গা দেৱী বহন্ত সদায়।
যাহাত মৰিলে প্ৰজা বৈকুণ্ঠক পায় ॥ ২০৯০৮
ৰাজাগণ সমস্তে মিলিছে একতৰ।
যুদ্ধ বিনা মৰণ নিন্দিত ক্ষত্ৰিয়ৰ ॥
তৈকে প্ৰতি চলি যাউক কুৰু পাণ্ডু যত।
ৰণভূমি প্ৰভু নিৰ্ম্মিয়োক সি থানত ॥ ২০৯০৯
মাধৱ বদতি কৰ্ণ শুনিয়ো বচন।
সাজু হুয়া চলোক নৃপতি দুৰ্য্যোধন ॥
পাণ্ডৱ আসিব সাতদিনৰ ভিতৰ।
কুৰুক্ষেত্ৰে সমৰ মিলিবে গুৰুতৰ ॥ ২০৯১০
সঞ্জয় বদতি কথা শুনিয়ো শ্ৰৱণে।
ভাল বুলি কৃষ্ণক নমিলা বীৰ কৰ্ণে ॥
পাণ্ডৱৰ থানক চলিলা দামোদৰ।
মনোদুখে কৰ্ণে আসি পশিলা নগৰ ॥ ২০৯১১
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
আত অনন্তৰে কথা শুনা নিৰন্তৰ ॥
কৃষ্ণো গৈল তোমাৰ প্ৰপিতামহী কুন্তী।
কান্দন্তে আছন্ত দেৱী মহাশোকে আতি ॥ '১২
সেহি সময়ত যাই বিদুৰ মিলিলা।
কুন্তীৰ আগত কথা কহিবে লাগিলা ॥
শুনা ৰাজমাতা কুন্তী বচন আমাৰ।
শ্ৰীমদে অন্ধ দুৰ্য্যোধন দুৰাচাৰ ॥ ২০৯১৩
যুগুত বচন বুলিলন্ত যদুপতি।
অৰ্দ্ধৰাজ্য খুজিলন্ত পাণ্ডৱক প্ৰতি ॥
আমিয়ো বুলিলো তাক সময়ন্তি মনে।
কাণতো নলৈলা তাক ৰাজা দুৰ্য্যোধনে ॥ ২০৯১৪
বিনা যুদ্ধে পাণ্ডৱক ৰাজ্য নেদে জানি।
তেবেসে উলটি গৈল প্ৰভু চক্ৰপাণি ॥
মহাদুষ্ট পাপী ইটো ধৃতৰাষ্ট্ৰৰায়।
শতপুত্ৰমদে অন্ধ জ্ঞানচক্ষু নাই ॥ ২০৯১৫
সি কাৰণে মাধৱৰ বাক্য নকৰিল।
হেৰা তাৰ কাল আসি সমীপ চাপিল ॥
দুৰ্জ্জয় সমৰে সবান্ধৱে হুইবে ক্ষয়।
ইহাক স্মৰন্তে মোৰ নিদ্ৰা নিমিলয় ॥ ২০৯১৬

### কৰ্ণক পাণ্ডৱৰ লগত মিলিবলৈ কুন্তীদেৱীৰ অনুৰোধ

শুনিয়া কুন্তীৰ শোক দশগুণে ভৈল।
মনে মনে গোসানীয়ে গুণিবাক লৈল ॥
ৰাজ্যলোভে পাণ্ডৱে কৰিবে ঘোৰ ৰণ।
কৌৰৱক মাৰিবে আমাৰ জ্ঞাতিগণ ॥ ২০৯১৭
কেহো মমা কেহো পিতা কেহো হৱে ভাই।
গুণি গুণি চাহন্তে পৰৰ কেহো নাই ॥
যদি যুদ্ধ কৰে জ্ঞাতিগণ যাইবে মৰি।
যুদ্ধ বিনা নপাই আপুনাৰ বসুন্ধৰী ॥ ২০৯১৮
দুখিতৰ সুখ নিমিলয় একোকাল।
এতেকে আমাৰ তেৱে মৰণেসে ভাল ॥
যদি নিদাৰুণ হুয়া কৰন্ত সমৰ।
কটা-কটি লাগিবেক কুৰু-পাণ্ডৱৰ ॥ ২০৯১৯
চেদীপ পাঞ্চাল মৎস্য আদি বংশ যত।
বৃষ্ণি বংশো আসি মিলিবেক সমৰত ॥
সবেয়ো সম্বন্ধে হৱে কুটুম্ব আমাৰ।
প্ৰাণতো অধিক দেখো স্নেহ তাসম্বাৰ ॥ ২০৯২০
তেসম্বে ৰণত পৰি হুইবেক নিৰ্য্যাণ।
আত পৰে কিবা মোৰ দুখ আছে আন ॥
পৰম দুখিত মোৰ পাঞ্চটি তনয়।
তাসম্বাৰ কিছো সুখ নেদেখিলো মই ॥ ২০৯২১
মহাঘোৰ সমৰক অভিলাষ মনে।
কৃষ্ণে সমে পাঞ্চো ভাই সাজিবা যতনে ॥
কুৰুগণ মধ্যে দ্ৰোণ কৰ্ণ পিতামহ।
দুৰ্য্যোধন ৰাজাৰ তিনিত মাত্ৰ গহ ॥ ২০৯২২
ত্ৰিভুৱনে প্ৰচণ্ড যুদ্ধত অগ্ৰগণী।
কৌৰৱৰ অৰ্থে জানো যুজিবন্ত তিনি ॥
এসম্বে যদ্যপি মোৰ মাৰে পুত্ৰচয়।
তেবে নিদাৰুণী কোন পুৰী যাইবো মই ॥ '২৩
নজানো আপুন পৰ সকলো সমান।
এগুটি মৰিলে মই নধৰিবো প্ৰাণ ॥
অনুমানে জানো মই দ্ৰোণৰ হৃদয়।
পাণ্ডৱকে পুত্ৰকে দেখন্তে এক নয় ॥ ২০৯২৪

বলে পাৰি নমাৰিবে মোৰ পুত্ৰগণ ।
ইঙ্গিতে জানিছো গুৰু দ্ৰোণৰ যে মন ॥
কোলে বোকে তুলি আছে মহাস্নেহে আতি ।
পাণ্ডৱক ভীষ্মে নমাৰিবে বুলি নাতি ॥ ২০৯২৫
আসম্বাত হস্তে মোৰ নাহিকে সংশয় ।
কৰ্ণে যদি নমাৰে আমাৰ পুত্ৰচয় ॥
আদিত্যৰ বীৰ্য্যে জাত আমাৰ সন্ততি ।
পৰম প্ৰচণ্ড বীৰ দাৰুণ শকতি ॥ ২০৯২৬
কলঙ্কৰ কাৰ্য্যে মই তেজিলো তৈলানি ।
অধিৰথ ৰাধা পাই তুলিলেক আনি ॥
তাতেসে কৰ্ণৰ পাণ্ডৱক কোপমনে ।
পাণ্ডৱ আপুন ভ্ৰাতৃ তাহাক নজানে ॥ ২০৯২৭
সি কাৰণে পাণ্ডৱক ক্ৰোধ আতি ৰৰ ।
অজিজ্ঞাসি ইটো দোষ নধৰো কৰ্ণৰ ॥
এতিক্ষণে কৰ্ণৰ পাশক যাওঁ মই ।
লাজ এৰি পুত্ৰ বুলি দেওঁ পৰিচয় ॥ ২০৯২৮
জন্মদাতা মাতৃ মই বুলিবো শোভন ।
অৱশ্যে কৰিবে কৰ্ণে আমাৰ বচন ॥
এহি মনে গুণি কুন্তী কৰিলন্ত থিৰ ।
কৰ্ণৰ সমীপ পাইলা ভাগিৰথী-তীৰ ॥ ২০৯২৯
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয় ।
গঙ্গামধ্যে স্নান কৰে কৰ্ণ মহাশয় ॥
উত্তৰবাহিনী গঙ্গা কৰ্ণো তৈকে ৰাই ।
নিতে নৰ ঘটি থাকে সূৰ্য্যক ধিয়াই ॥ ২০৯৩০
উৰ্দ্ধমুখ কৰি নাসিকাত দিয়া দৃষ্টি ।
পূৰক সমুখ পশ্চিমক দিয়া পিঠি ॥
যদি আদিত্যৰ তাপ নিজ পিঠি লাগে ।
তেবেসে কৰ্ণৰ সিটো সমাধিয়ো ভাগে ॥ ২০৯৩১
কুন্তী দেখে কৰ্ণ আছে সূৰ্য্যক ধিয়াই ।
বাট চাই তথাতে ৰহিলা কুন্তী আই ॥
এহিমতে তথাতে কুন্তীয়ো ৰহি আছে ।
মধ্যাহ্ন বেলাত সূৰ্য্য নিৰ্বৰ্ত্তিল পাচে ॥ ২০৯৩২
আদিত্যৰ তাপ যাই পিঠিত লাগিল ।
তেবেসে কৰ্ণৰ সিটো সমাধি ভাগিল ॥

সমাধি ভাগিয়া কৰ্ণ ফিৰি চাহে পাচে ।
দেখে কুন্তী গোসাঁনী আগতে বসি আছে ॥ ’৩৩
দেখি কৰ্ণ উঠিলন্ত পৰম সাদৰে ।
কুন্তীৰ আগত জুকিলন্ত যোৰকৰে ॥
কৰ্ণে বোলে ৰাজমাতা শুনিয়ো বচন ।
কতভাগ্যে ভৈলোহো তোমাক দৰিশন ॥ ২০৯৩৪
অধিৰথ-পুত্ৰ মই ৰাধাৰ কুমাৰ ।
হেৰা নমস্কাৰ কৰো চৰণে তোমাৰ ॥
তযু দৰশনে মোৰ পুৰুষৰো ভাগ ।
কি কাৰ্য্যে আসিছা তুমি কহা মোৰ আগ ॥ ’৩৫
কুন্তী বোলে শুনা বাপু বচন আমাৰ ।
নোহা অধিৰথ-পুত্ৰ ৰাধাৰ কুমাৰ ॥
ইটো কথা অজিজ্ঞাসি বোলাহা সুগুণি ।
শামুকত মাণিক আছস কৈত শুনি ॥ ২০৯৩৬
সাৰথিৰ কুলে জাত অধিৰথ পাপ ।
কৌৰৱৰ সেৱক তোমাৰ সুহি বাপ ॥
সুহি ৰাজ-বধূ কৌৰৱৰ সেৱকিনী ।
দুৰাচাৰী ৰাধা সুহি তোমাৰ জননী ॥ ২০৯৩৭
তযু জন্ম কহো নকৰিবা অপমান ।
মাৰে পোৰে এৰা এৰি দৈৱৰ নিদান ॥
তযু পিতৃ দিবাকৰ আদিত্য সাক্ষাত ।
কন্যাকালে আমাৰ গৰ্ভতে ভৈলা জাত ॥ ২০৯৩৮
যেন অধিৰথ পাই তুলিলা তোমাক ।
শুনা বাপু কহো আৰে ইসব কথাক ॥
সুৰসেন ৰাজা কুন্তভোজ অধিপতি ।
সখিত্ব কৰিলা দুয়ো মহামিত্ৰ আতি ॥ ২০৯৩৯
সুৰত জন্মিলো মই আনো কন্যাচয় ।
বসুদেৱ আদি কৰি সুৰৰ তনয় ॥
দৈৱযোগে কুন্তভোজ অপুত্ৰক ভৈল ।
এখানি তনয় সুৰসেনত মাগিল ॥ ২০৯৪০
অপুত্ৰক কুন্তভোজ নৃপতিৰ থান ।
সুৰসেন পিতৃ মোক দিলন্ত বিলান ॥
কুন্তভোজ আমাক নিলন্ত হাৰিকায়ে ।
জীউ বুলি মোক ৰাখিলন্ত তান পালে ॥ ২০৯৪১

তান গৃহে আসি ঋষি দুৰ্ব্বাসা মিলিল।
সেবা কৰিবাক মনে পিতৃ মোক দিল ॥
পৰম প্ৰচণ্ড ঋষি তান বাক্য জানি।
যতনে সেৱিলো মই কায়বাক্য মানি ॥ ২০৯৪২
ঋষি তুষ্ট হুয়া মন্ত্ৰ কহিলা বুজাই।
তাকে পঢ়ি মাতিলে দেৱক লাগ পাই ॥
এক দিনা মই ফুল তুলিবাক গৈলো।
প্ৰভাততে দেৱ দিবাকৰক দেখিলো ॥ ২০৯৪৩
তাঙ্ক দেখিবাক মনে কৌতুহল বৰ।
চঞ্চল চৰিত্ৰে মুগুণিলো পূৰ্ব্বাপৰ ॥
মন্ত্ৰৰ পৰীক্ষা চাহিবাক মন কৰি।
দেৱ দিবাকৰক মাতিলো মন্ত্ৰ পঢ়ি ॥ ২০৯৪৪
তেতিক্ষণে ৰবি আসি ভৈল উপস্থিত।
হেন দেখি আমাৰ সংশয় ভৈল চিত ॥
চৰণত প্ৰণামিয়া বুলিলোহো বাক।
মন্ত্ৰৰ পৰীক্ষা চাইলো ক্ষমিয়ো আমাক ॥২০৯৪৫
দিবাকৰে বোলে কুন্তী শুনিয়ো বচন।
কদাচিতো ব্যৰ্থ নাহি দেৱ-দৰিশন ॥
আমাসাক দেখিলে বিফল নোহে মতি।
কন্যা শুচি এতিক্ষণে হুয়োক যুৱতী ॥ ২০৯৪৬
এহি বুলি আদিত্যে তোমাক উপাৰ্জ্জিল।
হেন দেখি মোৰ মনে সংশয় মিলিল ॥
দিবাকৰে দেখিয়া বুজিয়া অভিপ্ৰায়।
পাচে তুমি আমাত জন্মিলা সেহি ঠাই ॥ ২০৯৪৭
কৱচ কুণ্ডল সমে জন্মিলাহা তুমি।
আদিত্যৰ বৰে পুনু কন্যা ভৈলো আমি ॥
নতু দেন্ত পিতৃ কৈতো ৰিবাহ আমাক।
লোকে হাসিবেক শুনি ইসব কথাক ॥ ২০৯৪৮
অভেদ কৱচ দুই কুণ্ডলে সহিত।
ত্ৰিভুৱনে তোমাৰ মৃত্যুত নাহি ভীত ॥
কুল-কলঙ্কক ভয়ে তেজিবাক মন।
দৰশনে স্নেহ লাগে তোমাৰ বদন ॥ ২০৯৪৯
উভয় শঙ্কট ভয়ে অনেক কান্দিলো।
সম্ফুৰাত ভৰি আনি তোমাক উটাইলো ॥
গঙ্গাৰ তীৰত অধিৰথ ক্ৰীড়া কৰে।
সম্ফুৰাক দেখিলেক জলৰ উপৰে ॥ ২০৯৫০
সম্ফুৰা চপায়া সিটো মেলি চাহে পাচে।
ত্ৰিভুৱনে শ্ৰেষ্ঠ শিশু দেখে তাতে আছে ॥
অধিৰথ পুত্ৰ বুলি নিলা নিজ থান।
দেৱ গোপ্য কথা ইটো নজানয় আন ॥ ২০৯৫১
শুনা বাপু কহো ইটো পুত্ৰৰ লক্ষণ।
সদ পুত্ৰে কৰে পিতৃমাতৃৰ বচন ॥
যুধিষ্ঠিৰ আদি কৰি তোবে ছোট ভাই।
তেসম্বাৰে তোমাৰে যুজিবে সুযুৱাই ॥ ২০৯৫২
যিটো কৌৰৱৰ গৃহে আছস সাদৰি।
দুৰাচাৰ কৌৰৱ আমাৰ প্ৰাণ-বৈৰী ॥
ইদানিক শুনা বাপু বচন আমাৰ।
বৰপুত্ৰ তুমিসে পিণ্ডৰ অধিকাৰ ॥ ২০৯৫৩
মাতৃৰ বচন বাপু শুনিয়ো সম্প্ৰতি।
পাণ্ডৱৰ থানত হুয়োক নৰপতি ॥
ভীম ধনঞ্জয় যুধিষ্ঠিৰে ভিনে ভিন।
পাঞ্চ ভাই তোমাক সেৱিবে ৰাত্ৰি দিন ॥২০৯৫৪
আজি দেখি বিস্ময় মিলোক কৌৰৱৰ।
কৰ্ণ ধনঞ্জয় দুয়ো হুয়ো একতৰ ॥
আপুনাৰ ছয় ভাই সহিতে ত্বৰিত।
কৌৰৱৰ ৰাজ্য লৈয়ো পাণ্ডৱে সহিত ॥ ২০৯৫৫
কৰ্ণ-ধনঞ্জয় প্ৰকাশিয়ো এক হুই।
বৃষ্ণিবংশে যেন কৃষ্ণ-বলভদ্ৰ দুই ॥
পাঞ্চো ভাই সমে প্ৰকাশিয়ো মহাবল।
ব্ৰহ্মায়ে সহিতে যেন দেৱতাসকল ॥ ২০৯৫৬
হৃদয় জুৰাউক কৰ্ণ মাতৃ বোল মোক।
শূদ্ৰ-পুত্ৰ হেন লোকে নোবোলোক তোক ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
কৰ্ণক সম্মুখি কুন্তী তথাতে আছয় ॥ ২০৯৫৭
আকাশত ৰহিয়া দেখিলা দিবাকৰে।
জানো কৰ্ণে জননীৰ বচন নকৰে ॥
এহি মনে গুণি শীঘ্ৰবেগে লৰি গৈলা।
কৰ্ণৰ আগত সূৰ্য্য উপস্থিত ভৈলা ॥ ২০৯৫৮

কৰ্ণে দেখে দিবাকৰ সাক্ষাতে আসিলা।
পিতৃ বুলি নমি দুই পাৱত বন্দিলা ॥
কৰযোৰ কৰি উঠি ৰহিলেক কৰ্ণ।
হেন দেখি দিবাকৰে বুলিলা বচন ॥ ২০৯৫৯
আদিত্য বদতি কৰ্ণ ত্ৰিভুৱনে সাৰ।
কুন্তীক চিনিবা নিজ জননী তোমাৰ ॥
তোমাৰ জনক পিতৃ চিনিবা আমাক।
কুন্তী যি বোলয় কিয় নকৰস তাক ॥ ২০৯৬০
ভাল বোলে কুন্তী তোক চাউ মনে গুণি।
পাণ্ডৱৰ থানে ৰাজা হুয়োক আপুনি ॥
অখণ্ড নৃপতি হুয়া ধৰণী মণ্ডলে।
কৌৰৱক তোমাৰ সেৱিবে কোন ফলে ॥ ২০৯৬১
ভাল বোলে কুন্তীয়ো বিলম্ব কি কাৰণ।
এখনে চলিয়ো বাপু পাণ্ডৱৰ থান ॥
শীঘ্ৰে সঙ্গ ত্যজিয়োক কৌৰৱ শৃগাল।
পাণ্ডৱৰ থানত তোমাৰ হুইবে ভাল ॥ ২০৯৬২
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
এহি বুলি মৌন ভৈলা সূৰ্য্য মহাশয় ॥
কুন্তীয়ো কৰ্ণক বুলিলেক যতমানে।
শুনি মনে মনে গুণি আছিলেক কৰ্ণে ॥ ২০৯৬৩
দুহান্তৰ বাক্য কৰ্ণে অনেক গুণিলা।
নিজ সত্য হন্তে অণুমাত্ৰো নলৰিলা ॥
কৰ্ণে বোলে ৰাজমাতা সুবুলিবা আৰ।
যিবেলা জন্মিলো মই গৰ্ভত তোমাৰ ॥ ২০৯৬৪
সিবেলা সুতুলি মোক ধৰ্ম্মপথ চাই।
মৰিবাক মনে মোক পেলাইলা উটাই ॥
কন্যা হুয়া সুগুণিলা কৰিলাহা পাপ।
আগে মোক ত্যজি পাচে কৰাহা বিলাপ ॥ ’৬৫
মাতৃ হুয়া তুমি মোত নিদাৰুণী ভৈলা।
শত্ৰুৰ পুত্ৰক যেন জলত পেলাইলা ॥
তযু গৃহে যাইবো যেবে সুগুণি মনত।
তেবে মোৰ কুযশ ৰহিবে জগতত ॥ ২০৯৬৬
তযু গৃহে ক্ষত্ৰিয় কুলত জাত ভৈলো।
তোমাৰ নিমিত্তে মই জাতি হৰুৱাইলো ॥
বৈশ্য জাতি ভৈলো অধিৰথ পিতৃ সাৰ।
জাতকৰ্ম্ম নামকৰ্ম্ম কৰিলে আমাৰ ॥ ২০৯৬৭
মাতৃয়ে তেজিলে শত্ৰু তুলিলেক পাই।
পিতৃ মাতৃ অনুবন্ধ তাসম্বাৰ ঠাই ॥
যদি পুত্ৰ বুলি তুমি হিত মানা মনে।
তেবে এতকালে আসি চিনা নেদা কেনে ॥ ’৬৮
এবে চিনা দিয়া আপুনাৰ হিত মানি।
জানো কৰ্ণে মাৰে মোৰ পুত্ৰ পাঞ্চখানি ॥
একেশ্বৰ কৰিয়া স্ৰজিলে বিধাতাই।
এতকাল বহি গৈলা নাহি বন্ধু ভাই ॥ ২০৯৬৯
এবে ভাই চিনাইলাহা ভৈল যুদ্ধকাল।
ই কথা শুনিয়া কোনে বুলিবেক ভাল ॥
সমৰত আমাক কৰিবে পৰিত্ৰাণ।
দুৰ্য্যোধনে পূজে মোৰ বাহু দুইখান ॥ ২০৯৭০
আমাত ভাৰষা কৰে কৌৰৱসকল।
পাণ্ডৱক জিনিবাক আশংসয় বল ॥
এবে পাণ্ডৱৰ থানে দেখি সৰ্ব্বলোক।
দুৰ্য্যোধন ৰাজা শুনি কি বুলিবে মোক ॥ ’৭১
অধিৰথ পিতৃ মোক হাবিলাষে মাতি।
মোৰ পুত্ৰ বুলি স্নেহে তুলিলন্ত আতি ॥
এতকাল দুখ পাইলে তোলন্তে আমাক।
শেষকালে আৰে কেনে এৰিবোহো তাক ॥ ’৭২
এতেকতে তযু বাক্য নপশয় কাণে।
আন যিবা লাগে মানে খুজিয়ো আপুনে ॥
সৰ্ব্বলোকে জানে যেন কৰ্ণ মহাবীৰ।
ত্ৰিভুৱনে পৰাক্ৰমী বচন সুথিৰ ॥ ২০৯৭৩
মই যদি সত্য এৰি যাওঁ তযু পাশ।
তেবে লোকে কিবা মোত কৰিবে বিশ্বাস ॥
তুমি সম যতেক অসতী কন্যাচয়।
পুত্ৰ উপাৰ্জ্জিয়া তেজে কলঙ্কক ভয় ॥ ২০৯৭৪
সত্য এৰি যাওঁ যদি তযু গৃহ লাগি।
মই তেবে ভৈলো তাসম্বাৰ বধভাগী ॥
তোলনীয়া পুত্ৰ কেবে সুতুলিবে আৰ।
মোক দেখি সকলে কৰিবে পৰিহাৰ ॥ ২০৯৭৫

এতেকে নকৰো মাতৃ তোমাৰ বচন।
যত বল আছে গাত্রে কৰিবোহো ৰণ ॥
প্রাণ পৰিশ্রমে মই অর্থে কৌৰবৰ।
তথু পুত্রগণ সমে কৰিবো সমৰ ॥ ২০৯৭৬
আৰ এক কথা কহো শুনা কুন্তী আই।
পুত্রৰক্ষা নিমিত্তে আসিছা মোৰ ঠাই ॥
কর্ণ মহাদানীৰ পাশক যিটো যায়।
কদাচিতো জানিবা তাহাৰ বৃথা নাই ॥ ২০৯৭৭
কর্ণ মহাদানীৰ অদেয় নাহি জানি।
পাঞ্চপুত্র দান দিলোঁ লৈয়োক গোসানী ॥
কুন্তী বোলে বাপু যে আৰোগ্য ভৈলা কায়।
আজিসে জন্মিল পাঞ্চ পুত্র তোৰ ঠাই ॥ ২০৯৭৮
যুদ্ধে নমাৰিবি মোৰ পাঞ্চটি তনয়।
পুনু সত্য কৰি বোল নথবি সংশয় ॥
কর্ণে বোলে কুন্তী আৰে কথা কহো সাৰ।
মই সমে লেখি ছয় তনয় তোমাৰ ॥ ২০৯৭৯
নকুল সহদেৱ ভীম যুধিষ্ঠিৰ চাৰি।
নমাৰিবো আৰাক যুদ্ধত বলে পাৰি ॥
মধ্যম তোমাৰ পুত্র বীৰ ধনঞ্জয়।
তাক পাইলে ৰণে ক্ষমা নকৰিবো মই ॥ ২০৯৮০
যদ্যপি অর্জ্জুনে মোক কৰয় সংহাৰ।
ধনঞ্জয় সমে পাঞ্চ তনয় তোমাৰ ॥
যদি ঘোৰ ৰণে অর্জ্জুনক মাৰো মই।
তেৱে আমি সমে পাঞ্চ তোমাৰ তনয় ॥ ২০৯৮১
দেৱী বোলে তোৰ পূর্ব্ববাক্য সত্য হোক।
অর্জ্জুনৰ শৰে ৰণে মৰণ মিলোক ॥
কুন্তী শুনিলেক যেৱে কর্ণৰ বচন।
কর্ণক প্রশংসি গৈলা আপুন ভৱন ॥ ২০৯৮২
দিবাকৰো দুখে তৈতে অন্তর্দ্ধান ভৈলা।
অনন্তৰে কর্ণো নিজ মন্দিৰক গৈলা ॥

পাণ্ডৱৰ যুদ্ধ-আয়োজন

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
আত অনন্তৰে কথা শুনা পাণ্ডৱৰ ॥ ২০৯৮৩
কৌৰবৰ কথাক কহিলা নাৰায়ণ।
যুদ্ধ বিনা ৰাজ্য নেদে দুষ্ট দুর্য্যোধনে
একমনে শুনি আছন্ত ৰাজা যুধিষ্ঠিৰ।
শুনি সহদেৱৰ যে কম্পয় শৰীৰ ॥ ২০৯৮৪
মহাক্রোধে উঠি ৰাজাসকলৰ আগে।
সহদেৱে ভীমক মতিলা বৰ ৰাগে ॥
শুনা ভীম দদা পাসৰিলা আৰোবাৰ।
কৌৰৱে কৰিছে যত আমাক নিকাৰ ॥ ২০৯৮৫
বনবাস দুখক স্মৰন্তে ফুটে প্রাণ।
সবে পাসৰিলা মৎস্যনৃপতিৰ থান ॥
সহদেৱ বীৰৰ বচন হেন শুনি।
অনন্তৰে যুধিষ্ঠিৰে বুলিলন্ত বাণী ॥ ২০৯৮৬
যুধিষ্ঠিৰ বদতি শুনিয়ো নাৰায়ণ।
ৰাজাগণো শুনিয়োহা আমাৰ বচন ॥
কৌৰৱে দিলেক যত বনবাস ক্লেশ।
আদি অন্তে মই তাক সহিলো নিশেষ ॥ ২০৯৮৭
কৃষ্ণক পঠাইলো মই ৰাজ্য খুজিবাক।
শুনিলাহা দুর্য্যোধনে নেদিলেক তাক ॥
আৰে মোৰ দোষ নাই তুমি সবে সাখী।
ৰাজ্য নেদি পাপিষ্ঠে খাইলেক দুই আখি ॥ '৮৮
ঘোৰ সমৰত সংহৰিবো কুৰুগণ।
কৈৰা ভীম ধনঞ্জয় শুনিয়ো বচন ॥
হস্তী ঘোৰা জাণ্টে আন কটক জোৰাই।
ৰাজাগণ ত্বৰিতে মিলোক এক ঠাই ॥ ২০৯৮৯
আৰো এক কথা কহো শুনিয়ো যুগুতি।
সমৰত কাহাক পাতিবো সেনাপতি ॥
সোমক পাঞ্চাল মৎস্য ত্রিভুবনে সাৰ।
তোমা চাৰি ভাই আৰো নৃপতি অপাৰ ॥ '৯০
সবে মহা পৰাক্রমী বিপুল শকতি।
আলোচিয়ো কাহাক পাতিবো সেনাপতি ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
প্রথমতে সহদেৱে দিলন্ত উত্তৰ ॥ ২০৯৯১
সহদেৱে বোলে দদা কথা কহো সাৰ।
মহা উপকাৰী ৰাজা বিৰাট আমাৰ ॥

অন্নে পানে পুষিলেক পুত্ৰৱত কৰি ।
ৰবিষেক সুখে আছো বিৰাট নগৰী ॥ ২০৯৯২
জানে নানাবিধ যুদ্ধ ধৰ্ম্মৱন্ত জাতি ।
মোৰ মনে তাহাঙ্কে পাতিয়ো সেনাপতি ॥
নকুল বদতি দদা শুনা যুধিষ্ঠিৰ ।
পৰাক্ৰমী প্ৰচণ্ড দ্ৰুপদ মহাবীৰ ॥ ২০৯৯৩
কন্যাদাতা পিতৃ হয়ে শ্বশুৰ আমাৰ ।
পাণ্ডু পিতৃ সম হিত সুহৃদ আপাৰ ॥
শিষ্য ভৰদ্বাজৰ যে যুদ্ধত নিপুণ ।
মোৰ মুখে তাহান বৰ্ণাইবো কত গুণ ॥ ২০৯৯৪
সৰ্ব্বকালে জানো গুৰু দ্ৰোণে সমে নাটে ।
ঘোৰ সমৰত পাইলে দুইকো দুই কাটে ॥
একশত পুত্ৰ যাৰ বিপুল শকতি ।
মোৰ মনে তাহাঙ্কে পাতিয়ো সেনাপতি ॥ '৯৫
যুধিষ্ঠিৰ বদতি শুনিয়ো মহাবীৰ ।
পৰম দৰ্পিষ্ঠ ধৃষ্টদ্যুম্নৰ শৰীৰ ॥
দ্ৰোণে বধিবাৰ হেতু জানে ত্ৰিভুৱন ।
অগ্নিৰ কুণ্ডৰ হন্তে ভৈলা উতপন ॥ ২০৯৯৬
যাক ভয়ে গুৰু দ্ৰোণ কম্পিত শৰীৰ ।
সেনাপতি হৌক ধৃষ্টদ্যুম্ন মহাবীৰ ॥
ভীমে বোলে শিখণ্ডীক কৰা সেনাপতি ।
ভীষ্মক বধিবে প্ৰতি ভৈল উতপতি ॥ ২০৯৯৭
যাক দেখি পিতামহে ভয় কৰে মনে ।
বৈন্যক দেখিয়া যেন কালসৰ্পগণে ॥
মহেশৰ বৰত শিখণ্ডী অনিৰ্ব্বাৰ ।
ভীষ্মক বধিয়া কাৰ্য্য সাধিবে আমাৰ ॥ ২০৯৯৮
দ্ৰৌপদীৰ ভাই যে শিখণ্ডী মহামতি ।
মোৰ মনে তাহাঙ্ক পাতিয়ো সেনাপতি ॥
যুধিষ্ঠিৰ বদতি শুনিয়ো নাৰায়ণ ।
কি কাৰণে প্ৰভু আৰে নোবোলা বচন ॥ ২০৯৯৯
ঘোৰ ৰণে কাহাক পাতিবো সেনাপতি ।
কোন বলৱন্ত যোত কহিয়ো সম্প্ৰতি ॥
সমৰক চলি যাইবো ৰজনী প্ৰসমে ।
শুভ দিবসত কালি অভিজিত ক্ষণে ॥ ২১০০০
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
শুনি শুনি আছে ৰাজাগণ নিৰন্তৰ ॥
যুধিষ্ঠিৰ নৃপতিৰ বচন সাদৰি ।
অৰ্জ্জুনৰ মুখ চাই মাত্তিলন্ত হৰি ॥ ২১০০১
মাধৱ বদতি দদা শুনিয়ো বচন ।
মহা বলৱন্ত দেখো তযু ৰাজাগণ ॥
ত্ৰিভুৱনে পৰাক্ৰমী চাৰিয়ো সোদৰ ।
কোন ছাৰ কৌৰৱ পতঙ্গ সমসৰ ॥ ২১০০২
একে ধনঞ্জয়ে ত্ৰিভুৱন বিনাশিব ।
ভীমৰ আগত কোন কৌৰৱ থাকিব ॥
সহদেৱ নকুল যৱঞা দুই ভাই ।
যমৰ উপমা যাক পটন্তৰ নাই ॥ ২১০০৩
ত্ৰিভুৱনে পৰাক্ৰমী ধৃষ্টদ্যুম্ন বীৰ ।
সাত্যকিৰ আগে কোনজন হুইবে থিৰ ॥
অভিমন্যু ভাগিন আমাৰ সম বলী ।
বিৰাটৰ আগে কোনে ধনু লৈবে তুলি ॥ ২১০০৪
ত্ৰিভুৱনে বিজয় দ্ৰুপদ মহাৰায় ।
শিখণ্ডীৰ যত গুণ কহন নযায় ॥
আনো অসংখ্যাত ৰাজা আসি আছে যত ।
আসম্বাৰ আগত কৌৰৱ তৃণৱত ॥ ২১০০৫
তথাপিতো পুছা যদি সেনাপতি সাৰ ।
সাত অক্ষৌহিণী সেনা লেখিলো তোমাৰ ॥
আসম্বাক যুজাইবাক ৰাখিবে সম্প্ৰতি ।
সি কাৰণে সাতকো পাতিয়ো সেনাপতি ॥২১০০৬
দ্ৰুপদ বিৰাট যে সাত্যকি ধনুৰ্দ্ধৰ ।
ধৃষ্টকেতু ৰাজা ধৃষ্টদ্যুম্ন বীৰৱৰ ॥
জৰাসন্ধ পুত্ৰ সহদেৱ মহামতি ।
শিখণ্ডী সহিতে এহি সাত সেনাপতি ॥ ২১০০৭
আসম্বাৰ মুখ্য ধৃষ্টদ্যুম্ন বীৰ লেখি ।
সবাৰো পালক ধনঞ্জয় প্ৰাণসখি ॥
সখিৰ পালক বুলি জানিবা আমাক ।
সাৰথি স্বৰূপে বুদ্ধিবলে পাৰি যাক ॥ ২১০০৮
আৰো এক বচন শুনিয়ো দদা তুমি ।
পৰম শোভন কুৰুক্ষেত্ৰ নামে ভূমি ॥

তথাত সম্বৰে মৰে যত বীৰগণ।
দিব্যৰূপে চলি যাই বিষ্ণুৰ ভবন ॥ ২১০০৯
তহিকে চলিবা সবে কৌৰৱসকল।
সেহি থানে তুমিয়ো চলাহা মহাবল ॥
বৈশম্পায়ন বদতি শুনিয়ো আত্তপৰে।
কৃষ্ণৰ বচন শুনিলন্ত যুধিষ্ঠিৰে ॥ ২১০১০
কৃষ্ণৰ বচন সাদৰিয়া মহামতি।
সাতো যে বীৰক পাতিলন্ত সেনাপতি ॥
সাতকো দিলন্ত দিব্য অলঙ্কাৰ আনি।
দিব্যৰত্নে পূজিলন্ত বসনে ভূষণি ॥ ২১০১১
সবাৰো উপৰে ধনঞ্জয়ক পাতিলা।
দিব্য ৰত্ন অলঙ্কাৰে শৰীৰ মণ্ডিলা ॥
নিজ বাহু মেলি আনি বসাইলন্ত কোলে।
জয়ধ্বনি কৰিলন্ত নৃপতিসকলে ॥ ২১০১২
নকুলে ছত্ৰক তুলি ধৰিলন্ত শিৰে।
সহদেৱ সাত্যকি বিঞ্চন্ত ধীৰে ধীৰে ॥
কৃষ্ণে দূৰ্ব্বাক্ষত দিলা বৈজয়ন্তী মালা।
উঠি উঠি নৃপতিসকলে প্ৰণামিলা ॥ ২১০১৩
সি বেলাত উৎসৱ মিলিল বহুতৰ।
পাঞ্চজন্য শঙ্খ ফুকিলন্ত দামোদৰ ॥
অনন্ত বিজয় শঙ্খ বাইলা যুধিষ্ঠিৰে।
পৌণ্ড্ৰক শঙ্খক ফুকিলন্ত বৃকোদৰে ॥ ২১০১৪
মণি নাম শঙ্খক যে বাইলন্ত নকুলে।
পুষ্পক শঙ্খক সহদেৱ মহাবলে ॥
মত্তহস্তীগণে সবে ত্যজিলে আটাস।
দুন্দুভিৰ বাদ্যত লাগিল গৰ্ভত্ৰাস ॥ ২১০১৫
সসৈন্যে জোকাৰ পাৰে ৰঙ্গ আতিশয়।
জয় জয় ঘুষিলেক কৃষ্ণ ধনঞ্জয় ॥
মনে গোবিন্দৰ পাৱে কৰিলন্ত নতি।
আনন্দতে অৰ্জ্জুন ভৈলেক সেনাপতি ॥ ২১০১৬
দেখি যুধিষ্ঠিৰে আসি সাৱটি ধৰিল।
শিৰ ত্ৰাণ কৰি মুখে চুম্বনক দিল ॥
কোলে কৰি মহা স্নেহে বুলিলন্ত মাতি।
আজি ধৰি তোমাক পাতিলো সেনাপতি ॥ '১৭

মোৰ অৰ্থে বাপু তই থোৱ সঙ্কত।
দুৰাচাৰ কৌৰৱগণক কৰা হত ॥
মোক আদি কৰি বাপু আমি চাৰি ভাই।
যত ৰাজাগণ ৰানে তোমাৰ সহায় ॥ ২১০১৮
সবাকো পালিবা তুমি দুৰ্যোৰ সমৰে।
ভীষ্ম দ্ৰোণ আদি কৰি বীৰ কৌৰৱে ॥
তেসম্বে তোমাক প্ৰহাৰয় যতমান।
সি দোষত বাপু নকৰিবা অপমান ॥ ২১০১৯
সুকোমল লৱণু পুতলি সম কায়।
হাত বিন্ধিবে নিদাৰুণ শৰ ঘায় ॥
পৰাক্ৰমী দ্ৰোণৰ ত্ৰিশূল সম শৰ।
কৰ্ণৰ বাণক স্মৰি কাম্পে কলেৱৰ ॥ ২১০২০
শুনিলেয়ো ত্ৰাস লাগে ভীষ্মৰ বীৰত্ব।
এত দুখ পাইলো আমি পাপিষ্ঠৰ হেতু ॥
এহি বুলি যুধিষ্ঠিৰে সজল নয়নে।
মাধৱৰ মুখক চাহন্ত ঘনে ঘনে ॥ ২১০২১
চাই চাই নৃপতিসকলে প্ৰশংসিলা।
অৰ্জ্জুনক কৃষ্ণৰ হাতত সমৰ্পিলা ॥
কৃষ্ণৰ হাতত অৰ্জ্জুনৰ হাত থৈলা।
কৰযোৰে যুধিষ্ঠিৰে বুলিবাক লৈলা ॥ ২১০২২
জগততাৰণ নিস্তাৰণ চক্ৰপাণি।
অৰ্জ্জুনক ৰাখিবা সেৱক হেন মানি ॥
যদি মোৰ ভক্তি আছে চৰণে তোমাৰ।
কুন্তী আইত যদি ভক্তি সিজিছন্ত আৰ ॥ '২৩
দ্ৰৌপদীৰ ভক্তি যদি আছয় তোমাত।
সি কাৰণে বোলো তুষ্ট হুয়োক আমাত ॥
কৌৰৱ সমুদ্ৰ ঘোৰ তৰিবাক মনে।
শৰণ পশিলো তুৱা অভয় চৰণে ॥ ২১০২৪
যত দুখ পাইলো বনবাস নিকাৰত।
নকুল সহদেৱে দুখ সহিবেক কত ॥
বলে দ্ৰৌপদীক জয়দ্ৰথে নিলে হৰি।
বিৰাটৰ গৃহত কীচকে মাৰে ধৰি ॥ ২১০২৫
সিটো দুখ প্ৰভু আৱে নিবাৰিবে মনে ॥
শৰণ পশিলো তুৱা অভয় চৰণে ॥

মাধৱ ৰক্ষতি লজ্জা নহৈবা বিকল।
ত্ৰিভুৱনে বিজয় অৰ্জ্জুন মহাবল॥ ২১০২৬
যাক ভয়ে কৌৰৱৰ ৰাত্ৰি নিদ্ৰা নাই।
পৰ্ব্বত ভেদিবে পাৰে একো শৰ যায়॥
নপাৰি গমিবে সমুদ্ৰৰ যেন জল।
নাহি সীমা সংখ্যা যত্ত অৰ্জ্জুনৰ বল॥ ২১০২৭
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
শুনি ৰঙ্গ ভৈলা যুধিষ্ঠিৰ মহাশয়॥
নৃপতিগণক আদেশিলা মহাবল।
কুৰুক্ষেত্ৰ সমৰ ভূমিক লাগি চল॥ ২১০২৮
যাত্ৰা কৰি যুধিষ্ঠিৰে ধৰিলন্ত দিশ।
দেখি ৰাজাগণৰ লাগিল উসমিস॥
নমো নমো নাৰায়ণ নিত্য নিৰঞ্জন।
ব্ৰহ্মা হৰে চিন্তে যাৰ অৰুণ চৰণ॥ ২১০২৯
শুনিয়োক প্ৰভু মই পাতকী দুৰ্জ্জন।
তুমি সম উদ্ধাৰক নাহি ত্ৰিভুৱন॥
এহিমানে আশা কৰি পশিলো শৰণে।
এবে তযু যেনে ইচ্ছা আপুনাৰ মনে॥ ২১০৩০
তুমিসি পৰম দেৱ তুমি আত্মা হৰি।
তুৱা চৰণক মই আছো আশা কৰি॥
কহে ৰাম সৰস্বতী এৰি আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥ ২১০৩১

পাণ্ডৱৰ যুদ্ধ-যাত্ৰা

**দুলড়ী**

নমো নাৰায়ণ জগত কাৰণ
পুৰাণ পুৰুষ হৰি।
তোমাৰ চৰণে পশিলো শৰণে
নিয়োক নাথ উদ্ধাৰি॥
যুধিষ্ঠিৰ ৰায় শুভক্ষণ চাই
যাত্ৰা লৈয়া শুভ দিনে।
হোম্যে অগ্নি জ্বালি দিলা ঘৃত ঢালি
ৰাজাৰ জয়ক মনে॥ ২১০৩২
সজে চাৰি ভাই যুধিষ্ঠিৰ ৰায়
বিপ্ৰক নমি চৰণে।
যুদ্ধ-কাছ কাচি ৰথে চড়ি পাচে
চলি গৈলা তেতিক্ষণে॥
গাণ্ডীৱ ধনুক অৰ্জ্জুনে ধৰিলা
পিঠিত অক্ষয় তূণ।
মাধৱে আনিয়া ৰথ যোগাইলন্ত
চড়িলা বীৰ অৰ্জ্জুন॥ ২১০৩৩
শকটে শকটে অস্ত্ৰ শস্ত্ৰ লৈলা
ভণ্ডাৰে ভণ্ডাৰে তুলি।
অসংখ্য কমাৰ লৰিল সূতাৰ
সমৰ ভূমিক বুলি॥
দ্ৰৌপদী সুভদ্ৰা তেসম্বে চলিলা
উত্তম শকটে চড়ি।
শত অসংখ্যাত দাসীগণ যত
চৌভিতি যায় আবৰি॥ ২১০৩৪
যত বিপ্ৰগণ তেসম্বো চলিলা
যুদ্ধ চাহিবাক মনে।
প্ৰজাৰ গিৰত দলদোপ ভূমি
ফাট দেই ঘনে ঘনে॥
অসংখ্যাত ৰাজা তেসম্বো চলিলা
সসৈন্যে কৰি আন্দোল।
সমুদ্ৰৰ ঢৌৰ সদৃশ আস্ফাল
মুশুনয় মাত বোল॥ ২১০৩৫
দুখী দেশান্তৰী তেসম্বো চলিলা
মনত আনন্দ কৰি।
যতেক পদাতি চলে খৰগতি
পৃথিৱী আন্দোল কৰি॥
উট ঘোৰে কেহো বীৰ চলি গৈলা
মহিষ বৰাহে চড়ি।
অসংখ্যাত বৈদ্য সকল চলিলা
বিশল্যকৰণী ধৰি॥ ২১০৩৬
চাৰি যে অযুত ৰথ চলি গৈলা
ছয় যে অযুত হাতী।
কুৰি যে অযুত ৰথ চলি গৈলা
বাছিলাতো বাছি আতি।

প্ৰজাৰ আন্দোলে পাচন ধূলায়ে
কুণ্ঠাকুন্তি দশোদিশ।
নদ নদা নদ নামন্তে শুখাই
নজানি দিশ বিদিশ ॥ ২১০৩৭
হস্তীৰ আটাসে কৰ্ণ ফাটি যায়
পৃথিৱী মেলয় ফাট।
তৰু তৃণ ভাঙ্গি পথ কৰি নেই
মদে পঙ্ক ভৈল বাট ॥
সৈন্যৰ ঘোঁৰাক ৰাহুতে ডকাৱে
মুখে ধৰি বাঘজৰী।
খড়্গ দুই হাতে বিজুলি সাক্ষাতে
যেন দেখি যায় উৰি ॥ ২১০৩৮
প্ৰজাৰ গিৰত দলদোপ কৰে
সসাগৰা বসুমতী।
যেন ভৰা নাও- গোট তল যায়
সমুদ্ৰ মধ্যত আতি ॥
বোলে দেৱগণে পাণ্ডু-সৈন্য ভৰে
পৃথিৱী তলক যায়।
কুৰু-সৈন্য সমে একত্ৰে মিলিলে
কিমতে সহিবা আই ॥ ২১০৩৯
ব্ৰহ্মায়ে দেখিয়া কৌতুক কৰন্ত
পাণ্ডৱ চলিল ৰণে।
আজিসে জানিলো পৃথিৱীৰ ভাৰ
সংহৰিবো নাৰায়ণে ॥
মধ্যত চলয় ৰাজা যুধিষ্ঠিৰ
শ্বেত যে চামৰে দোলে।
অসংখ্যাত পাত্ৰ মন্ত্ৰীসব চলে
দেখন্তে আনন্দ মিলে ॥ ২১০৪০
তান আগে যায় বীৰ বৃকোদৰ
ভয়ঙ্কৰ গদা দাঙ্গি।
হস্তীযূথ সমে মহা পৰাক্ৰমে
চমু কৰি পথ ভাঙ্গি ॥
তান পাচে যায় বীৰ ধনঞ্জয়
নৃপতিসব যোগানে।
ৰথৰ আগত সাক্ষাতে মাধৱ
প্ৰকাশন্ত বিদ্যমান ॥ ২১০৪১
এহিমতে গৈয়া ৰাজা যুধিষ্ঠিৰে
কুৰুক্ষেত্ৰ যায় পাইলা।
কৃষ্ণৰ আদেশে জাহ্নবীৰ তীৰে
সৈন্যক সবে ৰখাইলা ॥
সাগৰ সঙ্কাশ সৈন্যগণ ৰৈল
অসংখ্যাত পথ জুৰি।
ৰাজাৰ আবাস মাজত কৰিলা
হস্তীশালা আগ কৰি ॥ ২১০৪২
তাৰ চাৰি পাশে অশ্বশালা পাতি
কৰিলা গড় নিৰ্ম্মাণ।
তাৰ চাৰি পাশে ৰক্ষা গড় দিলা
দ্বাৰী থৈলা থানে থান ॥
তাৰ চাৰি পাশে ৰাজাগণ মানে
মন্দিৰ সাজিয়া ৰৈল ॥
অসংখ্য কমাৰ এক সাজু হুয়া
শৰ গঢ়িবাক লৈল ॥ ২১০৪৩
দ্ৰৌপদী প্ৰমুখ্যে যত কন্যাগণ
পশিলন্ত অভ্যন্তৰ।
পাঞ্চ গৃহে পাঞ্চ পাণ্ডৱ ৰহিলা
এক গৃহে দামোদৰ ॥
কৃষ্ণৰ লগত সাত্যকি ৰহিলা
দাৰুক সহিতে আসি।
ৰাজাৰ আদেশে সমৰ ভূমিক
ধৃষ্টদ্যুম্নে ফুৰে চাহি ॥ ২১০৪৪
গঙ্গাৰ তীৰত মৈদাম কৰিলা
দশ প্ৰহৰৰ পথ।
দেখি শ্ৰীহৰি অৰ্জ্জুন সহিতে
কৌতুক ভৈলা মনত ॥
ৰাম সৰস্বতী বোলে অগতিৰ গতি
মাধৱ নৱ নাগৰ।
ভকতি ৰচন কিনি ত্ৰিলোক শুনক
উদ্ধাৰিয়া [illegible] ॥ ২১০৪৫

শুনা সভাসদ *তেজিয়ো প্ৰমাদ
বৈকুণ্ঠক যাব মন।
আপুনিয়ো তৰা পুৰুষ উদ্ধাৰা
বোলা ৰাম নাৰায়ণ ॥ ২১০৪৬

কৌৰৱৰ যুদ্ধ আয়োজন আৰু বিদুৰ নিৰ্বাসন
পদ

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
সমৰক মনে ৰহিলেক যুধিষ্ঠিৰ ॥
ধৰ্ম্মে বোলে ৰাজাগণ হুয়া সাৱধান।
সমৰ ভূমিত ৰহিবাহা সৰ্ব্বজন ॥ ২১০৪৭
চৰ মুখে ৰাজা দুৰ্য্যোধনে বাৰ্ত্তা পাইল।
তেতিক্ষণে ৰাজাগণ মতায়া অনাইল ॥
কৰ্ণ দুঃশাসন যে শকুনি আদি যত।
ভীষ্ম দ্ৰোণ সমস্তে বসিলা সমাজত ॥ ২১০৪৮
মধ্যে ধৃতৰাষ্ট্ৰ ৰাজা প্ৰকাশন্ত আতি।
সমীপে বিদুৰ আছা ব্যাসৰ সন্ততি ॥
আনো অসংখ্যাত ৰাজা বেঢ়িছে সভাক।
সবাকো সম্মুখি দুৰ্য্যোধনে বোলে বাক ॥ ২১০৪৯
দুৰ্য্যোধন বদতি শুনিয়ো ৰাজাগণ।
পাণ্ডৱ আসিলা শুনো সমৰক মন ॥
অসংখ্যাত ৰাজাগণ প্ৰবল যুজাৰ।
চৰগণে দেখি খেদি আসিল আমাৰ ॥ ২১০৫০
সমদলে দিশ জুৰি কুৰুক্ষেত্ৰে চাপি।
ৰণভূমি কৰি তাত ৰহিলা বিয়াপি ॥
যত মহাবীৰ আছে বৃকোদৰ অৰি।
নকুল সহদেৱ ধনঞ্জয় প্ৰাণ বৈৰী ॥ ২১০৫১
তথাপিতো অণুমাত্ৰো নকৰিবা ভয়।
জাণ্টে কুৰুক্ষেত্ৰক চলায়ো সেনাচয় ॥
আগ হুয়া চলা মোৰ ভ্ৰাতৃ দুঃশাসন।
কুৰুক্ষেত্ৰে গৃহ সজায়োক বিতোপন ॥ ২১০৫২
উত্তম দিবসে কালি সবে যাইবো আমি।
বৈৰী বিনাশিলে পাইবো অকণ্টকা ভূমি ॥
বাহুবলে পিতামহে জগত জিনিলা।
দ্ৰোণৰ বীৰত্ব ভুবাভুৱে প্ৰশংসিলা ॥ ২১০৫৩

ত্ৰিভুৱনে পৰাক্ৰমী কৰ্ণ মহাবল।
সমৰক মনে সমদলে কালি চল ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
এহি বুলি দুৰ্য্যোধন ৰাজা আদেশয় ॥ ২১০৫৪
শুনি ধৃতৰাষ্ট্ৰৰ যুদ্ধক মন ভৈলা।
বিদুৰক মাতি ৰাজা বুলিবাক লৈলা ॥
ধৃতৰাষ্ট্ৰে বোলে বাপু শুনিয়ো বিদুৰ।
নানাবিধ যুদ্ধ তই জানস প্ৰচুৰ ॥ ২১০৫৫
দেৱতাৰ অসুৰৰ যুদ্ধক জানস।
যিমতে যুজয় যক্ষ গন্ধৰ্ব্ব ৰাক্ষস ॥
যিমতে পিশাচে যুজে গুহ্যকসকল।
কৌৰৱক তাকে শিখায়োক মহাবল ॥ ২১০৫৬
সমৰক চলি যাউক কহিয়ো মন্ত্ৰণা।
পাণ্ডৱক জিনিতে উপায় যদি জানা ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
হেন শুনি মহাশোক ভৈল বিদুৰৰ ॥ ২১০৫৭
চাই চাই আছে যত লোক সমজ্যাৰ।
নকান্দতে বিদুৰৰ বহে লোহ-ধাৰ ॥
মনত বোলন্ত কিনো অদভুত হৰি।
কৌৰৱক মায়ায়ে বান্ধিলে দৃঢ় কৰি ॥ ২১০৫৮
সুহিবা কৃষ্ণৰ বল সাক্ষাততে দেখি।
তথাপিতো কি কাৰণে খাইলে দুই আখি ॥
কালে গ্ৰাসিলেক পাপী কৌৰৱসকল।
দেখিও নেদেখে পাপী মাধৱৰ বল ॥ ২১০৫৯
জানিলোহো সমস্ত কৌৰৱ হৈবে ক্ষয়।
ইহাক স্মৰন্তে মোৰ নিদ্ৰা নিমিলয় ॥
এহি বুলি নিশ্বাস তেজিলা অনন্তৰে।
ধৃতৰাষ্ট্ৰে ৰাজাক মাতিলা ধীৰে ধীৰে ॥ ২১০৬০
শুনা দদা শুভ যদি ইচ্ছা কৰা মনে।
প্ৰাণে যদি জীৱা সবান্ধৱে কুৰুগণে ॥
তযু ঘোৰ অপৰাধ আছা বাট চাই।
এতো পাণ্ডৱক ৰাজ্য দিবাক যুৱাই ॥ ২১০৬১
আৰো এক কথা কহো শুনিয়ো যুগুতি।
তাৰে ৰাজ্য দিবে নপাৰিবা মহামতি ॥

তাৰত সুবুদ্ধি দদা নুপজৈ তোমাৰ।
যাৰে দোষ গোটক নকৰি পৰিহাৰ ॥ ২১০৬২
নিচিনা দোষক যদি চিনায়ো সম্প্ৰতি।
তোমাৰ ঘৰতে দোষ ভৈল উতপতি ॥
বৰ পুত্ৰ বুলি যাক মানি আছা সাৰ।
পুত্ৰ নুহি দদা সিটো দোষৰ ভাণ্ডাৰ ॥ ২১০৬৩
ইটো কথা দদা তুমি মনে গুণি চাৱ।
উপজি কাঢ়িলে সিটো গৰ্দ্দভৰ ৰাৱ ॥
কৃষ্ণত বিমুখ ইটো দুৰাচাৰ পাপ।
বংশক বিনাশি ইটো কৰাইবে সন্তাপ ॥ ২১০৬৪
কুলৰক্ষা হেতু ইটো শৃগালক এৰি।
সিংহ সম পাণ্ডৱক আনিয়ো সাদৰি ॥
কাকক এৰিলে দদা ময়ূৰক পায়।
আকে জানি পাপিষ্ঠক খেদাইবে যুৱায় ॥ '৬৫
দুষ্টগণ সহিতে একত্ৰ কৰি মিলি।
পাপিষ্ঠক খেদায়োক দেশৰ নিকালি ॥
যদি তযু স্নেহ লাগে নপাৰাহা তাক।
তেবে অৰ্জ্জুনৰ হাতে বধাউ ইহাক ॥ ২১০৬৬
অৰ্জ্জুনৰ হাতত কপট হৌক ঠাই।
লঘু কৰি খেদা আক দেশৰ ডকাই ॥
পাণ্ডৱ সহিতে ৰাজ্য ভুঞ্জা মহাভাগ।
তেবে তুমি কৃষ্ণক হাততে পাইবা লাগ ॥ ২১০৬৭
অন্যথা সহায় যদি হৱে দেৱগণ।
তথাপিতো যুদ্ধত সবংশে হৈবা ছন্ন ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
হেন শুনি দুৰ্য্যোধন ক্ৰোধত কাম্পয় ॥ ২১০৬৮
দুই চক্ষু ক্ৰোধত ৰাতুল বৰ্ণ ভৈল।
মহাকোপে বিদুৰক বুলিবাক লৈল ॥
শুন অৰে দুৰাচাৰ দাসীৰ সন্ততি।
কি কাৰণে আমাক নিন্দস মন্দমতি ॥ ২১০৬৯
মোৰ ভাতে পুষ্ট ভৈলি জীৱ মোৰ অন্নে।
আমাক নিন্দস তই অধম দুৰ্জ্জনে ॥
কাকে যেন জীৱয় পাতৰ ভাত খায়।
অধম দুৰ্জ্জন কাকে তাতে ভৰ্চ্চি যায় ॥ ২১০৭০
পাসৰিলি তই আৰে আপুনাৰ জাতি।
আমাঠৈৰ দাসীৰ গৰ্ভত উতপতি ॥
ৰাজাৰ সোদৰ বোলাই ফুৰ মোৰ ঘৰে।
নীচে বৰ ভৈলে দেখো জাতিকো পাসৰে ॥ '৭১
পৰম কপটী ইটো পাপী দুৰ্জ্জনক।
কোনজনে মাতি আনিলেক ভিতৰক ॥
শুন অৰে নীচ জাতি অধম পামৰ।
কৌৰৱৰ খায়া পাণ্ডৱক কৰ বৰ ॥ ২১০৭২
এহিমতে বাৰম্বাৰ নিন্দ যত যত।
সেৱকৰ দোষ গুণ নধৰো মনত ॥
কি কাৰণে নিন্দস কাহাত গহ পায়।
কৈৰা কৰ্ণ দুঃশাসন কিবা আছা চাই ॥ ২১০৭৩
শ্মশান সমান দেখিবাক অমঙ্গল।
জাণ্ট কৰি পাপিষ্ঠক দেশৰ নিকাল ॥
প্ৰাণ লৈয়া যাউক দেখন্তোক সামৰাজ।
গলঢক্কা দিয়া নগৰৰ কৰা বাজ ॥ ২১০৭৪
অধিক যে শাস্তি আৰো ক্ষেমিলো আছোক।
দেখো আক আসি আজি পাণ্ডৱে ৰাখোক ॥
খেদ খেদ বুলি কোপে কাম্পে দুৰ্য্যোধন।
শুনি কাচি উঠিলেক কৰ্ণ দুঃশাসন ॥ ২১০৭৫
বৈশম্পায়ন বদতি শুনিয়ো নৰপতি।
দুষ্টৰ গালিক শুনি বিদুৰ সুমতি ॥
তিৰস্কাৰ শুনি আতি অসন্তোষ বৰ।
ধাৰাসাৰে লোতক বহয়ে নয়নৰ ॥ ২১০৭৬
আৰো বোলে চক্কাই কৰ নগৰ বাহিৰ।
শুনি বিদুৰৰ শোকে নসহে শৰীৰ ॥
দেখন্তে চক্কাইবে আসে কৰ্ণ দুঃশাসন।
ঘনে ঘনে চান্ত জ্যেষ্ঠ ভ্ৰাতৃৰ বদন ॥ ২১০৭৭
দেখিলন্ত ধৃতৰাষ্ট্ৰে নমাতন্ত তাত।
অধিক লাগিল আৰো বিচাট মনত ॥
বিদুৰে বোলন্ত মোৰ বিধি সুপ্ৰসন্ন।
ভাল ভৈল নেদেখিবো তোৰাৰ মৰণ ॥ ২১০৭৮
আজিসে আমাৰ স্নেহ গুচাইলি মনৰ।
গালি পাৰি আমাক কৰিলি কৃপা বৰ ॥

বিদুৰ দুৰ্জ্জন গুচো দেশৰ নিকালি।
কুশলে থাকিবা বাপু পাত্র মন্ত্রী মিলি ॥২১০৭৯
এহি বুলি বিদুৰ উঠিলা আসনৰে।
ধৃতৰাষ্ট্ৰ ৰাজাক নমিলা জানুশিৰে ॥
তনয়ক ভয়ে ৰাজা নেদিলা উত্তৰ।
ধাৰাসাৰে লোতক বহৱে নয়নৰ ॥ ২১০৮০
তথা হন্তে উঠি যাই নমিলা ভীষ্মক।
দেখি ভীষ্মে উঠি সাবটিলা বিদুৰক ॥
কান্দন্তে কান্দন্তে পাচে দিলা সন্নিধান।
কৈক তেজি যাহা যে বিদুৰ মোৰ প্ৰাণ ॥ ’৮১
বিদুৰ বদতি পিতৃ পালিলা পুষিলা।
সুজিবে নপাৰো স্নেহ যতেক কৰিলা ॥
ইজন্মক লাগি মই দেখিলো নয়নে।
বিদায় কৰিলো প্ৰভু তোমাৰ চৰণে ॥ ২১০৮২
শুনি সমজ্যাৰে বৰ উঠিল ক্ৰন্দন।
দ্ৰোণেয়ো কান্দন্ত ধৰি নসহয় মন ॥
অভ্যন্তৰে নাৰীৰ ক্ৰন্দন বৰ ভৈলা।
মহাশোকে গান্ধাৰীয়ো কান্দিবাক লৈলা ॥ ’৮৩
বিদুৰ বিয়োগ দুখে অনেক কান্দিলা।
তথা হন্তে উঠি যাই দ্ৰোণক নমিলা ॥
বিদুৰে তেজন্ত দেখি ফুটি যায় প্ৰাণ।
কান্দন্তে ৰহিলা দ্ৰোণে নেদি সন্নিধান ॥ ২১০৮৪
গান্ধাৰী সহিতে ভিতৰত যত নাৰী।
কান্দন্তে বেঢ়িলে বিদুৰক শাৰী শাৰী ॥
বিদুৰৰ মুখ চাহি বোলে নাৰীগণে।
কি দোষে ইহাঙ্ক খেদে ৰাজা দুৰ্য্যোধনে ॥ ’৮৫
ধৃতৰাষ্ট্ৰ নৃপতিৰ প্ৰাণে এবে সৰি।
আঙ্ক খেদি নৃপতি জীৱন্ত কেনে কৰি ॥
নভৈল সুবুদ্ধি ইটো দুৰ্য্যোধন পাপ।
পাণ্ডৱক খেদি দিলা হৃদয়ে সন্তাপ ॥ ২১০৮৬
ধৃতৰাষ্ট্ৰ নৃপতিৰ বিদুৰেসে আসি।
আঙ্ক খেদে বৃদ্ধগণে আছে কিবা দেখি ॥
আজিসে শ্মশান ভৈল আমাৰ নগৰী।
কি দেখিয়া লোকে ৰক্ষিবেক ইটো পুৰী ॥ ’৮৭
এহি বুলি লোকে শোক কৰে নিৰন্তৰ
সেহি বেলা গাৱ চলি উঠিলা বিদুৰ ॥
বাহ্লীক কৃপক অশ্বত্থামাক আশ্বাসি।
কৰযোৰে সমজ্যাগণৰ মুখ চাহি ॥ ২১০৮৮
সকলে সমাজে কান্দে আৰ্ত্তৰাৱে শোকে।
খানিতেক ৰহ নেত্ৰভৰি দেখো তোকে ॥
সমৰত হৈবে জানো আমাৰ মৰণ।
ইজন্মক লাগি দেখো তোমাৰ বদন ॥ ২১০৮৯
ৰহ ৰহ বুলি প্ৰজাগণে পাৰে গেৰি।
হেন দেখি বিদুৰে মনত দুখ কৰি ॥
পাচে পশিলন্ত গৈয়া আপুন ভৱন।
সি থানত কুন্তী যাই ভৈলা দৰিশন ॥ ২১০৯০
মহাশোকে বিদুৰে কহিবে নপাৰন্ত।
হেন দেখি কুন্তী বিদুৰত পুছিলন্ত ॥
আজি দেখো বাপু তুমি সত্বৰে আসিলা।
ৰাজ-সমাজত কিবা অথান্তৰ ভৈলা ॥ ২১০৯১
কি কাৰ্য্য মিলিল আজি সভাৰ ভিতৰ।
কি পুছিলে ৰাজা মোত কহিয়ো সত্বৰ ॥
কি কাৰণে কান্দাহা নয়নে বহে জল।
শুনিয়া বিদুৰে কথা কহিলা সকল ॥ ২১০৯২
দেশৰ ডাকিয়া মোক খেদে দুৰ্য্যোধনে।
বিদায় কৰিলো মাৱ তোমাৰ চৰণে ॥
ইজন্মক লাগি মাৱ দেখা দেখি যাই।
কুন্তী বোলে বাপু যে থাকিয়ো এহি ঠাই ॥ ’৯৩
সমৰত সংহৰিবে যত কুৰুবীৰ।
হস্তিনাপুৰত ৰাজা হৈবা যুধিষ্ঠিৰ ॥
এহি বুলি কুন্তীৰ সজল নেত্ৰ ভৈলা।
মহাদুখে গোসানীয়ে কান্দিবাক লৈলা ॥ ২১০৯৪
পুত্ৰৰ সন্তাপে মোৰ দণ্ডে যুগ যায়।
আছিলোহো বাপু মই তোৰে মুখ চাই ॥
তয়ো মোক এৰি যাস কোন থান প্ৰতি।
এবেসে মৰিলো মই ভৈলো অনাথিতি ॥২১০৯৫
পুত্ৰগণে এৰি গৈল কৌৰৱে দেখন্তে।
সিটো দুখ পাসৰিলো তোমাক দেখন্তে ॥

তয়ো মোক যাহা আৰে কোন থানে এৰি।
বিদুৰ বিদুৰ বুলি থাকিলন্ত পৰি ॥ ২১০৯৬
হেন দেখি বিদুৰে মনত মহা মন্যু।
মেলি লৈলা পাচে আপুনাৰ শৰ ধনু ॥
ধনু বাণ ধৰিয়া বিদুৰে গুণে মনে।
কৌৰবে বুলিবে গৈল পাণ্ডৱৰ থানে ॥ ২১০৯৭
ইটো শঙ্কা তাসম্বাৰ গুচোক মনত।
এহি বুলি ধনু আৰি থৈলা দুৱাৰত ॥
বিদুৰৰ ধনু দুৱাৰত প্ৰকাশিল।
যাক দেখি ৰাজাগণো সমস্তে ডৰিল ॥ ২১০৯৮
কান্দন্তে ৰহিল নগৰৰ প্ৰজাগণ।
গৈলন্ত বিদুৰে তীৰ্থ স্নানিবাক মন ॥
মাথে জটা ধৰিলন্ত শয়ন ভূমিত।
ফলমূল আহাৰ কৰিলা প্ৰতিনিত ॥ ২১০৯৯
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
কৌৰৱৰ পুণ্য ৰূপ বিদুৰ নিশ্চয় ॥
মহাশান্ত ব্যাসসুতে যিবেলা এৰিলা।
জানিবা সমস্তে কুৰু তেখনে মৰিলা ॥ ২১১০০
সমাজত ৰহিয়া কৌৰৱগণ আছে।
সেহিবেলা ৰাজাগণে মাতিলেক পাচে ॥
শুনা মহাৰাজা দুৰ্য্যোধন নৰপতি।
তযু থানে আসি আছো যতেক নৃপতি ॥ ২১১০১
যুদ্ধ বিনা কিসক বিফলে ভুঞ্জো অন্ন।
বাহু চুলুকায়ে যুজিবাক যায় মন ॥
মত্ত হস্তীগণ আনি আছো তযু ঠাই।
বন্ধন নলৰে ঘোৰ সমৰ নপায় ॥ ২১১০২
আমাৰো যুদ্ধক প্ৰতি ৰাত্ৰি নিদ্ৰা নাই।
পাণ্ডৱক মাৰো আদেশিয়ো মহাৰায় ॥
দুৰ্য্যোধন বদতি শুনিয়ো ৰাজাগণ।
কুৰুক্ষেত্ৰে চলা সবে হন্তে ৰঙ্গ মন ॥ ২১১০৩
মোৰ লগে চলা ভীষ্ম দ্ৰোণ তোৰা দুই।
দুঃশাসন সসৈন্যে চলিয়ো আগ হুই ॥
একাদশ অক্ষৌহিণী বাছিলাত বাছি।
আসি আছে মানে সৈন্য চলন্তোক কাছি ॥ '১০৪
দুৰ্য্যোধন ৰাজাৰ শুনিলা হেন বোল।
উসমিস কৰি সবে লাগিল আন্দোল ॥
ৰাজাগণ চলি গৈলা নানা বাদ্য বাই।
সৈন্যৰ আন্দোলে যেন ভূমিকম্প যায় ॥ ২১১০৫
সাত যে অযুত হস্তী সাজি ময়মত্ত।
একৈক হস্তীত সাত সাত যে মাহুত ॥
দুই জনে আগত অঙ্কুশ খুন্দি আছে।
ধনু শৰ দুই জনে ধৰি দিব্য কাচে ॥ ২১১০৬
বাৰু পাতি তাহাতে আছয় দুই জন।
এক জনে শক্তিপাট ধৰিছে শোভন ॥
হস্তীগণ সালঙ্কৃত বীৰঘণ্টা গলে।
লোহাৰ সন্নাহা সমে কৃষ্ণবৰ্ণ জ্বলে ॥ ২১১০৭
সিন্দুৰে মণ্ডিত গণ্ড প্ৰকাশয় আতি।
মেঘ মণ্ডলত যেন বিদ্যুতিকা পান্তি ॥
ঘোঁৰাসব চলিল সুবৰ্ণ মালা গলে।
ৰাহুতে ডাকন্তে দেখি উৰি যেন চলে ॥ ২১১০৮
অনেক সহস্ৰ ৰথ চলিলেক কাচি।
থানে থানে অস্ত্ৰ তাতে বাছিলাত বাছি ॥
দুৰ্য্যোধন ৰাজা পৰ দিবসতে যাই।
আগে পাচে ভীষ্ম দ্ৰোণে অধিকে সুহাই ॥ '১০৯
নাহি সীমা সংখ্যা যত নৃপতিসকল।
সৈন্যৰ আন্দোলে মহী কৰে টলবল ॥
গজ বাজী সহিতে সসৈন্যে চপকৰি।
বলি যেন ইন্দ্ৰৰ পুৰক দিলে ধাৰি ॥ ২১১১০
সেহিমতে ৰাজা দুৰ্য্যোধন চলি যায়।
কুৰুক্ষেত্ৰে ৰহিলা সমৰভূমি পাই ॥
গড় প্ৰাপ্তি কৰিলেক ৰাজাৰ মন্দিৰ।
হস্তীশালা অশ্বশালা গৃহ নৃপতিৰ ॥ ২১১১১
ভীষ্ম দ্ৰোণ কৰ্ণৰ মন্দিৰ ৰিতোপন।
সেনাগণ সমস্তে ৰহিলা থানে থান ॥
ৰাজাগণ আগে দুৰ্য্যোধন নৰপতি।
কৰযোৰে ভীষ্মৰ আগত নিগদতি ॥ ২১১১২
দুৰ্য্যোধন বদতি শুনিয়ো পিতামহ।
কৌৰৱ কুলৰ তযু চৰণত গহ ॥

পাণ্ডৱক জিনো আন বৈৰী যত যত।
সবে অভিলাষ কৰো তযু চৰণত ॥ ২১১১৩
পৰশুৰাম বীৰ ক্ষত্ৰিয়ৰ অধিকাৰী।
সমৰত তোমাত পলাইল ৰণ হাৰি ॥
এবে পিতামহ তুমি মোৰ বোল ধৰা।
সেনাপতি হুয়া পাণ্ডৱক যুদ্ধ কৰা ॥ ২১১১৪
থানে থানে নিয়ম কৰিয়ো সেনাচয়।
কালি সমৰক লাগি কৰিয়ো নিৰ্ণয় ॥
ভীষ্মে বোলে দুৰ্য্যোধন শুনিয়োক বাণী।
মোৰ সম বীৰ নাহি ত্ৰিভুবনে জানি ॥ ২১১১৫
মোৰ দিব্য অস্ত্ৰ আছে জগতে বিদিত।
সুৰাসুৰ মনুষ্য সবাৰো মনে ভীত ॥
মই যেবে যুজো সবে মনুষ্যক মাৰি।
ক্ষণেকে জগত শূন্য কৰিবাক পাৰি ॥ ২১১১৬
সাক্ষাতে নজান তই আমাৰ মহত্ব।
জগত জুৰিবে পাৰো শৰ প্ৰহাৰত ॥
আমাৰ শৰত পৰশুৰামে দিল ভঙ্গ।
পাণ্ডৱক কোনে লেখে যেহেন পতঙ্গ ॥ ২১১১৭
তথাপি তোমাত বাপু কহো তত্ত্বসাৰ।
তোকে পাণ্ডৱকে সম স্নেহতা আমাৰ ॥
তই যেন মহাহিত আদৰৰ আতি।
পাণ্ডৱো সিমত মোৰ বংশধৰ নাতি ॥ ২১১১৮
কিন্তু তই অৰ্থ দিয়া বঢ়াইলি আমাক।
সি কাৰণে তোৰ হুয়া খোজো যুজিবাক ॥
যদি মই যুজো তোৰ আগে কহো সাৰ।
পাঞ্চভাই পাণ্ডৱৰ নিচিন্তিবো মাৰ ॥ ২১১১৯
গুণাকৰ পাঞ্চকো ক্ষমিবো বলে পাৰি।
তই যদি পাৰস আপুনি দিবি ধাৰি ॥
ৰাজাগণ সমস্তিতে কৰ্ণ দুঃশাসন।
সমৰত পাণ্ডৱক তই জিন ৰণ ॥ ২১১২০
ই কথা যদ্যপি তই নেদেখস ভাল।
তোৰ আগে কথা কহো শুনা মহীপাল ॥
মহাবীৰ কৰ্ণক পাতিয়ো সেনাপতি।
ৰাজাগণ সমে বাপু কৰিয়ো যুগুতি ॥ ২১১২১
দ্ৰোণৰ আমাৰ দুইৰ বৃথা কলেৱৰ।
তাৰে বশ্য হুয়া আমি কৰিবো সমৰ ॥
হেন শুনি কৰ্ণে উঠি মাতিলেক পাচে।
ৰাজাগণ সমে দুৰ্য্যোধনে শুনি আছে ॥ ২১১২২
কৰ্ণ বোলে পিতামহ শুনিয়ো সম্প্ৰতি।
যৈসানি বুলিলা ধনঞ্জয়ে অতিৰথী ॥
অৰ্দ্ধৰথী বুলি মোক বিকথিলা বৰ।
সেহিদিনা অঙ্গীকাৰ কৰি আছো দৃঢ় ॥ ২১১২৩
যাৱে তুমি ৰণে পৰি নোহোৱা নিৰ্য্যাণ।
তাৱে নুযুজিবো নধৰিবো ধনুবাণ ॥
মধ্যস্থ স্বৰূপে মই চাহিবো সমৰ।
তুমি পিতামহ পৰাক্ৰমী ধনুৰ্দ্ধৰ ॥ ২১১২৪
বালকৰ দোষ গুণ নধৰিবা মনে।
সেনাপতি হুয়া যুদ্ধ কৰিয়ো আপুনে ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰপতি।
দুৰ্য্যোধনে ভীষ্মক পাতিলা সেনাপতি ॥ ২১১২৫
আসনত বসিলেক গঙ্গাৰ কুমাৰে।
আৰণ তুলিয়া আনি ধৰিলেক শিৰে ॥
দেৱ সেনাপতি কাৰ্ত্তিকক নমি পাৰে।
কৃষ্ণৰ চৰণ দুই হৃদয়ে ধিয়াৱে ॥ ২১১২৬
নাহিকে হৰিষ কাৰ্য্য নিসিজিবে জানি।
অসন্তোষে সেনাপতি ভৈলেক আপুনি ॥
কৌৰৱগণৰ আনন্দৰ সীমা নাই।
চতুৰ্ভিতি বেঢ়ি সবে আনন্দে বজাই ॥ ২১১২৭
শঙ্খ ভেৰী কাহালী দুন্দুভি বাৱে ছানি।
সৈন্যৰ আন্দোলে মাত থিতাতে নুশুনি ॥
দণ্ডে ছত্ৰে ভীষ্মৰ যোগান ধৰি আছে।
উঠি উঠি ৰাজাগণে নমিলেক পাচে ॥ ২১১২৮
দুৰ্য্যোধন ৰাজা আনন্দতে আছে চাই।
সেহিবেলা নিৰ্ঘাত পৰিল গিৰিসাই ॥
আকাশত শুনি ধৰ ধৰ মাৰ মাৰ।
নেদেখি শৰীৰ বাক্য শুনি চমৎকাৰ ॥ ২১১২৯
বিমঙ্গল দেখি ভয় ভৈলা কুৰুগণ।
জুমাজুমি কাণাকাণি কৰৈ সৰ্ব্বজন ॥

বিমঙ্গল দেখি ভীষ্মে গুণয় মনত।
ইটো ঘোৰ সমৰে সবংশে হৈবো হত ॥ ২১১৩০
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
ধৃতৰাষ্ট্ৰ ৰাজা যাই তথাতে আছয় ॥
ভিন্ন গৃহ কৰি কুৰুক্ষেত্ৰে গৈয়া তথা।
ৰাত্ৰি দিনে শুনে কুৰু পাণ্ডৱৰ কথা ॥ ২১১৩১
কৌৰৱৰ যদি ভীষ্ম সেনাপতি ভৈলা।
দশোদিশে ৰোলেক শবদ উঠি গৈলা ॥
হস্তীগণে দিলা সবে দশন আস্ফাল।
শুনি সবে প্ৰজাৰ কৰ্ণত মাৰে তাল ॥ ২১১৩২
সঞ্জয়ত পুছে ধৃতৰাষ্ট্ৰ মহীপাল।
শুনিলো সঞ্জয় ইটো কিসৰ ঘঞ্চাল ॥
দশো দিশে শুনি কিয় আনন্দ বজায়।
নানা বাদ্য ভণ্ডে মোৰ কৰ্ণ ফাটি যায় ॥ ২১১৩৩
সঞ্জয় বদতি কথা শুনা নৰপতি।
দুৰ্য্যোধনে ভীষ্মক পাতিলা সেনাপতি ॥
তুম্বুল নিশান বাদ্য ভণ্ড শুনা মানে।
সৈন্যৰ মোহলা ভীষ্মে কৰন্ত আপুনে ॥ ২১১৩৪
প্ৰথমতে শুনা ৰাজা শঙ্খধ্বনি গোট।
অসংখ্য দুন্দুভি মত্ত হস্তীৰ আস্ফোট ॥
অনন্তৰে শুনা ৰাজা কাহালিৰ ধ্বনি।
ভেৰী বাদ্য ভণ্ডে মাত থিতাতে নুশুনি ॥ '৩৫
বিন্দ অনুবিন্দ ৰাজা অৱন্তী দেশৰ।
সৈন্যৰ মোহলা দিলা দুয়ো মহাবীৰ ॥
তাকো বস্ত্ৰ অলঙ্কাৰ দিলা ভাল চাই।
ফিৰি গৈলা বিন্দ অনুবিন্দ দুয়ো ভাই ॥ ২১১৩৬
দুন্দুভিৰ বাদ্য ৰাজা শুনা অনন্তৰে।
সুদক্ষিণ নামে ৰাজা কম্বোজ দেশৰে ॥
ভূমি টলবল কৰে সৈন্যৰ আস্ফাল।
মোহলাক দিলন্ত কম্বোজ মহীপাল ॥ ২১১৩৭
ভীষ্মেও দিলন্ত তাক বহু ৰত্ন ধন।
বৃদ্ধ ৰাজা বুলি তাক দিলা আলিঙ্গন ॥
অনন্তৰে শুনা ৰাজা হস্তীৰ আস্ফাল।
সীমা সংখ্যা নাই পদাতিৰ কোলাহল ॥ ২১১৩৮
ৰথ গজ বাজী সবে অসংখ্য পদাতি।
ভীষ্মক মোহলা দিলা সৈন্য নৰপতি ॥
তাহাৰ সৈন্যক ভীষ্মে লেখিলেক যত।
গাৱে গাৱে বস্ত্ৰ অলঙ্কাৰ দিলা তত ॥ ২১১৩৯
দেখি যদুপুত্ৰৰ ৰঙ্গৰ সীমা নাই।
শৈল্যৰাজা ফিৰি গৈলা পৃথিবী কম্পাই ॥
বেঢ়ি যায় চৌৰাশী হাজাৰ হস্তী পালে।
সবে চতুৰ্দ্দন্ত বীৰঘণ্টা জ্বলে গলে ॥ ২১১৪০
বীৰৰ আৰাৱ দুয়ো কৰ্ণে মাৰে তাল।
মোহলা দিলেক ভগদত্ত মহীপাল ॥
অৱলা বৃষক ৰাজা সৌৰাষ্ট্ৰত থিত।
ধনুৰ টঙ্কাৰ তাৰ শুনি বিপৰীত ॥ ২১১৪১
মোহলা দিলেক গই ভীষ্মৰ আগত।
দেখি ভীষ্মে দিলা বস্ত্ৰ অলঙ্কাৰ যত ॥
পলাশৰ পুত্ৰ শ্ৰুতায়ুধ নৰপতি।
দ্ৰোণে কৃপে এসম্বেয়ো মোহলা দিলন্তি ॥২১১৪২
এহিমতে মোহলা কৰিলা সেনাচয়।
ৰাত্ৰি দিনে অবিচ্ছেদে সীমা নাহিকয় ॥
মাহেশ্বতপুৰে থিত লীলা মহাবায়।
ভীষ্মক মোহলা দিলা সৈন্য সমে যায় ॥ ২১১৪৩
তৃণ বন ছিণ্ডি সবে ধূলা উৰি গৈল।
বিগত প্ৰমাণ বসুমতী খাল ভৈল ॥
জয়দ্ৰথ সুশৰ্ম্মা সহিতে মহাৰথী।
বসুমিত্ৰ আদি কৰি যতেক নৃপতি ॥ ২১১৪৪
সংক্ষেপ পয়াৰে তাক কহিবেক কোনে।
কহে ৰাম সৰস্বতী কৃষ্ণৰ চৰণে ॥
এহিমতে যদ্যপি মোহলা সাঙ্গ ভৈল।
তযু তনয়ক ভীষ্মে মাতিবাক লৈল ॥ ২১১৪৫
ভীষ্মে বোলে বাপু শুনিয়োক দুৰ্য্যোধন।
মোহলা কৰিলো মই তযু সেনাগণ ॥
অল্প পৰাক্ৰমী হীন এৰি সেনাচয়।
বলৱন্ত বাছি বাছি তযু সেনা হয় ॥ ২১১৪৬
একাদশ অক্ষৌহিণী লেখিলোহো যত।
মহা পৰাক্ৰমী সিটো যুদ্ধত শকত ॥

পুনৰপি ভীষ্ম বোলে দুৰ্য্যোধন ৰায় ।
নৃপতিৰ ধৰ্ম্ম বাপু কহিবো বুজায় ॥ ২১১৪৭
আগবাঢ়ি ঘোৰ ৰণে সুযুজিবে ৰাজা ।
সবে সমদলে যুজে সেনাপতি প্ৰজা ॥
ৰণভূমি এৰি দুই প্ৰহৰ অন্তৰে ।
চকি দিয়া তথাতে থাকিবা নৰেশ্বৰে ॥ ২১১৪৮
আকে জানি বাপু তই থাকিবি পাচত ।
পাণ্ডৱক যুজো মই ঘোৰ সমৰত ॥
দুৰ্য্যোধনে বোলে মই নেদেখোহো ভাল ।
সমৰ কৰিবে যুধিষ্ঠিৰ মহীপাল ॥ ২১১৪৯
মই কেনে থাকিবো লুকাই পাচ হুই ।
লোকে হাসিবেক মোক চৰম লগাই ॥
হেন দেখি ভীষ্মে বোলে নৃপতিগণক ।
শুন শ্ৰুতায়ুধ নৰ কম্বোজ শঠক ॥ ২১১৫০
বত্ৰিশ হাজাৰ যাস সসৈন্যে জণ্টাই ।
দুৰ্য্যোধন ৰাজাক ৰাখিবি সৰ্ব্বদায় ॥
তোক শিক্ষা দেওঁ শুনা ৰাজা দুৰ্য্যোধন ।
খেদি যায় পাণ্ডৱক নকৰিবি ৰণ ॥ ২১১৫১
দেৱতাৰ শৰজালে পাণ্ডৱসকলে ।
দূৰত থাকন্তে শিৰ কাটে ততকালে ॥
যদি যুদ্ধ লাগে তই পাঞ্চিবি আমাক ।
দ্ৰোণ আদি কৰি যিবেলাত পাস যাক ॥ ২১১৫২
আৰো কথা কহো মই শুন ৰাজাগণ ।
ৰাজাৰ সোদৰ যুৱৰাজ দুঃশাসন ॥
তোমাৰ সোদৰ আসি আছে যত যত ।
দুঃশাসন বীৰক ৰাখিবি সমৰত ॥ ২১১৫৩
দুৰ্য্যোধন পুত্ৰ যিটো লক্ষ্মণকুমাৰ ।
বত্ৰিশ হাজাৰ ৰাজপুত্ৰ ৰক্ষা কৰ ॥
অৱশেষ ৰাজাগণ থাকা মোৰ ঠাই ।
যুদ্ধ সময়ত আমি নিবন্ধিবো যাই ॥ ২১১৫৪

### ৰুক্মবীৰ অহঙ্কাৰ

বৈশম্পায়ন বদন্তি শুনিয়ো নৰেশ্বৰ ।
ভীষ্মক ৰাজাৰ পুত্ৰ ৰুক্ম বীৰবৰ ॥
যি বেলাত দামোদৰে ৰুক্মিণী হৰিলা ।
সিবেলাত ৰাজাগণে বেঢ়ি যুদ্ধ দিলা ॥ ২১১৫৫
পলাইলা সমস্তে শৰ পায়া মাধৱৰ ।
পাচে ৰুক্ম বীৰে কৰিলেক অঙ্গীকাৰ ॥
কৃষ্ণক নমাৰি ৰুক্মিণীক নেমেলাই ।
নপশিবো কুণ্ডিলত আৰকা দুনাই ॥ ২১১৫৬
এহি বুলি কৃষ্ণক ৰুক্মেয়ো দিলে ধাৰি ।
তিনি অক্ষৌহিণী সেনা লগে ভৰি পূৰি ॥
কৃষ্ণৰ হাতত অঙ্গীকাৰ ভৈল ছন্ন ।
সি ঠাৱতে নগৰ পাতিলা বিতোপন ॥ ২১১৫৭
ভোজকট নাম থৈলা সিটো নগৰৰ ।
কতো দিন সেহি থানে আছিলা কুমাৰ ॥
কতো দিন অন্তৰত তাহাকো তেজিলা ।
বোলে কি কাৰণে জীউ যাদৱে জিনিলা ॥ ২১১৫৮
কিম্পুৰুষ সিংহ আছে গন্ধমাৰ্দ্দনত ।
তানে ঠাই ধনুৰ্ব্বেদ শিখিলেক যত ॥
তথাহন্তে যাই বাসৱক আৰাধিল ।
বৎসৰ অন্তৰে আসি ইন্দ্ৰে দেখা দিল ॥ ২১১৫৯
ৰুক্মবীৰে বৰ খোজে বাসৱক পাই ।
তযু নিজ ধনু মোক দিয়োক গোসাই ॥
কৃষ্ণক জিনিবো মোক দিয়া এহি বৰ ।
নিজিনোক মোক জগতৰ ধনুৰ্দ্ধৰ ॥ ২১১৬০
বাসৱে বদতি কথা শুনা বিদ্যমান ।
ত্ৰিভুৱনে খ্যাত মোৰ ধনু তিনিখান ॥
অৰ্জ্জুনৰ গাণ্ডীৱ বিজয় ধনু ঘোৰ ।
কৃষ্ণৰ শাৰঙ্গ যেন পৰাক্ৰম মোৰ ॥ ২১১৬১
লৈয়োক বিজয় ধনু হেৰা দিলো মই ।
আকে ধৰি পৃথিৱীত লভিয়ো বিজয় ॥
ইয়ো বৰ দিলোহো জিনিবি জগতক ।
কিন্তু ইটো ধনু নুযুজিবে মাধৱক ॥ ২১১৬২
কৃষ্ণ বলভদ্ৰ দুই জগত কাৰণ ।
তাসম্বাৰ হাতে আছে তোহোৰ মৰণ ॥
আন যাক যুজস হৈবেক ৰণ জয় ।
এহি বুলি অন্তৰ্দ্ধান ভৈল মহাশয় ॥ ২১১৬৩

সেহি ধনুখান লৈয়া ৰুক্ম মহাবীৰ।
বাসৱৰ বৰে হৈল অবধ্য শৰীৰ ॥
তপস্যাৰ পৰা আসি দেখে বিদ্যমান।
কুৰু পাণ্ডৱৰ যুদ্ধ মিলিছে সিথান ॥ ২১১৬৪
দেখি ৰুক্ম বীৰে বসি গুণিলা মনত।
কৃষ্ণক নুযুজো মই ইন্দ্ৰৰ বাক্যত ॥
কৌৰৱক যুজো মই এহি ধনুবাণে।
ইষ্টতা কৰিবো কৃষ্ণ অৰ্জ্জুনৰ থানে ॥ ২১১৬৫
যদি কৌৰৱক মই জিনোহো ৰণত।
যশস্যা ৰহিবে মোৰ তিনিয়ো জগত ॥
তেৱেসে পাণ্ডৱে মোক কৰে মিত্ৰৱতি।
যাদৱক জিনো পাচে পাশ খেড়ি পাতি ॥ ২১১৬৬
এহি বুলি ৰুক্ম নিজ সৈন্য লৈয়া সঙ্গে।
হস্তী ঘোৰা অসংখ্য পদাতি লৈয়া ৰঙ্গে ॥
তিনি অক্ষৌহিণী সেনা সসৈন্যে জণ্টাই।
পাণ্ডৱৰ থানে গৈলা পৃথিৱী কম্পাই ॥ ২১১৬৭
সৈন্যৰ মোহলা কৰি পাণ্ডৱ আছন্ত।
দুন্দুভি শবদ কতোদূৰে শুনিলন্ত ॥
মাধৱে সহিতে সবে নিহালিয়া চাই।
ৰুক্মবীৰ আসৈ কতোদূৰে ভেট পাই ॥ ২১১৬৮
ভয়ঙ্কৰ জ্বলে আতি বাসৱ সমান।
ত্ৰিভুৱনে নতু দেখি পৰম সুঠান ॥
তপৰ প্ৰভাৱে আতি ভয়ঙ্কৰ জ্বলে।
দেখি মহাভয় ভৈলা পাণ্ডৱসকলে ॥ ২১১৬৯
পাণ্ডৱৰ বীৰগণে শৰ ধনু লৈলা।
অস্ত্ৰ শস্ত্ৰ ধৰি সবে বাজু পাতি ৰৈলা ॥
দেখি ৰুক্মবীৰে পাচে পঠাইলন্ত চৰ।
ঘোৰ ৰণে সখা আমি ভজিবো তোমাৰ ॥ ২১১৭০
শুনি যুধিষ্ঠিৰে আগবাঢ়ি আনিলন্ত।
ৰুক্মবীৰ আসি সমাজত ৰহিলন্ত ॥
সিংহাসনে দিয়াইলা নৃপতি যুধিষ্ঠিৰ।
সসৈন্যে বসিলা তাতে ৰুক্ম মহাবীৰ ॥ ২১১৭১
পাচে যুধিষ্ঠিৰ ৰাজা কৰি সতকাৰ।
পুছিলা কি কাৰ্য্যে আইলা পাশক আমাৰ ॥
ত্ৰৈলোক্য বিজয় ধনু আপুনাৰ হাতে।
পৰম প্ৰচণ্ড দেখো বাসৱ সাক্ষাতে ॥ ২১১৭২
কৃষ্ণৰ কুটুম্ব তুমি জানো অভিপ্ৰায়।
সি কাৰণে হৈবা তুমি আমাৰ সহায় ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
হেন শুনি ৰুক্মবীৰে দিলেক উত্তৰ ॥ ২১১৭৩
হুইতো মহাৰাজ আসি আছো তযু ঠাই।
কুটুম্ব সম্বন্ধে হুইবো যুদ্ধত সহায় ॥
কিন্তু মোৰ শুনা আৰে অভিপ্ৰায়খানি।
মই যেন ৰাজা তাক ত্ৰিজগতে জানি ॥ ২১১৭৪
সাক্ষাততে মাধৱে জানন্ত মোৰ বল।
ৰুক্মিণী হৰণে যেন ঘোৰ যুদ্ধ ভৈল ॥
প্ৰচণ্ড বিক্ৰম মোৰ শৰ গুৰুতৰ।
সম্মুখ সমৰে হাৰিলন্ত গদাধৰ ॥ ২১১৭৫
অন্যায় কৰিয়া মোৰ হৰিলে ৰুক্মিণী।
ইটো কথা মাধৱত পুছিয়ো আপুনি ॥
পুনৰপি ৰুক্মবীৰে মাতিলেক পাচে।
ৰাজাগণ সমে যুধিষ্ঠিৰে শুনি আছে ॥ ২১১৭৬
ৰুক্মবীৰ বদতি শুনিয়ো ধনঞ্জয়।
কুৰু সমুদ্ৰত যদি আছে তোৰ ভয় ॥
তেৱে আজি সমস্তে দেখোক বিদ্যমান।
এতিক্ষণে শৰণ পশিয়ো মোৰ থান ॥ ২১১৭৭
তই যাক নপাৰস কৰো অঙ্গীকাৰ।
একেশ্বৰে কৌৰৱ কুলৰ চিন্তো মাৰ ॥
আছন্তোক ভীষ্ম দ্ৰোণ আদি ৰাজা মান।
একেশ্বৰে মাৰি মই দেওঁ ৰাজ্যখান ॥ ২১১৭৮
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
ৰাজাগণে শুনিলেক বচন বীৰৰ ॥
ঘোৰ কৰ্ম্ম কৰিবেক ৰঙ্গ হুয়া ৰৈল।
সেহিবেলা ধনঞ্জয়ে বুলিবাক লৈল ॥ ২১১৭৯
ধনঞ্জয় বদতি শুনিয়ো ৰুক্মবীৰ।
হুইতো মই পৰাক্ৰমী নিকজ শৰীৰ ॥
কিন্তু মোক চিনিনিবি পাণ্ডৱকুলে জাত।
যাৰ সখি দামোদৰ জানিবি সাক্ষাত ॥ ২১১৮০

দ্ৰোণ শিষ্য মহেশৰ অস্ত্ৰ আছো পাই।
তূণত গাণ্ডীৱ ধনু অচ্ছেদ্য সদায় ॥
দেৱাসুৰ নৰ যাৰ শৰদতে ভাগে।
কিমতে বুলিবো কৌৰৱত ভয় লাগে ॥ ২১১৮১
কুন্তীৰ গৰ্ভত বাসৱৰ বীৰ্য্যে জাত।
অগ্নিদত্ত চাৰি ঘোঁৰা পৱন সাক্ষাত ॥
যাহাৰ অক্ষয় তূণ নাহি ক্ষয় ব্যয়।
যাৰ শৰে কালকুঞ্জগণৰ প্ৰলয় ॥ ২১১৮২
ক্ষুদ্ৰ সম কুৰু সৈন্যগণ মোৰ আগে।
কিমতে বুলিবো সমৰক ভয় লাগে ॥
যিটো ভীষ্মে জগত জিনিলে অপ্ৰয়াসে।
পশুৰাম হাৰিয়া পলাইল যাৰ ত্ৰাসে ॥ ২১১৮৩
ত্ৰিভুৱনে পৰাক্ৰমী গুৰু দ্ৰোণ কৃপ।
একো বীৰে জিনিবাক পাৰে জম্বুদ্বীপ ॥
লক্ষ লক্ষ নৃপতিসকল যাৰ পাশে।
তাহাক জিনিবে ইটো শৃগালৰ আশে ॥ ২১১৮৪
এভো বোলো পাপী তোক যুদ্ধক নলাগে।
গৃহক ফিৰিয়া চল মুহি থাক লাগে ॥
হেন শুনি কৰ্ণবীৰ নৰহিল তথা।
চলি গৈলা পাচে দুৰ্য্যোধন আছে যথা ॥ ২১১৮৫
সাগৰ সঙ্কাশ সিটো সৈন্যগণ লই।
দুৰ্য্যোধন নৃপতিক বচন বোলয় ॥
কৰ্ণবীৰ বদতি শুনিয়ো দুৰ্য্যোধন।
পাণ্ডৱত ভয়ে মোত পশিয়ো শৰণ ॥ ২১১৮৬
এতিক্ষণে দিবো সবে পাণ্ডৱক মাৰি।
সকলে পৃথিৱী পাইবা অকণ্টকা কৰি ॥
শুনি শুনি আছে ৰাজাগণ নিৰন্তৰে।
মহাখঙ্গে মাতিলেক গঙ্গাৰ কুমাৰে ॥ ২১১৮৭
বৃদ্ধ ভৈলো ক্ষত্ৰিয় কৰ্ম্ম কৰি বিপৰীত।
আৰে যুদ্ধযজ্ঞ আসি ভৈল উপস্থিত ॥
মহাবীৰ ক্ষত্ৰিগণে বাঞ্ছিয়ো নপায়।
ভয় হৈবো কিমতে বুলিবো তোৰ ঠাই ॥ ২১১৮৮
যিটো বীৰ ধনঞ্জয় জগততে সাৰ।
অযুত হস্তীৰ বল ভীম অনিৰ্ব্বাৰ ॥
তাহাকো জিনিবে ইটো বুদ্ধি বালেকৰ।
দুৰাচাৰ পাপী ঐৰ সত্বৰে অন্তৰ ॥ ২১১৮৯
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
কৰ্ণবীৰে নিকৎসাস ভৈলা দুয়ো ঠাই ॥
ফিৰিয়া নগৈলা ৰাজা আপুনাৰ ঘৰ।
সেনাগণ সমে তৈত চাহিল সমৰ ॥ ২১১৯০
কলিত নামেসে কৰে পাতকৰ ত্ৰাস।
নামৰ নাহিকে জানা কহিতো বিনাশ ॥
হেন জানি যতনে তেজিয়ো আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ২১১৯১

উদ্যোগ পৰ্ব্ব সমাপ্ত

অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

## ভীষ্ম পৰ্ব্ব

——:*:——

দুৰ্য্যোধনৰ অশ্বথামাক সেনাপতি বৰণ

পদ

জয় নমো নাৰায়ণ দৈৱকীনন্দন ।
সদানন্দ মুকুন্দ মাধৱ জনাৰ্দ্দন ॥
জয়তি যাদৱ যদুবংশ শিৰোমণি ।
যাৰ যশে ভৰি আছে সমস্ত ধৰণী ॥ ২১১৯২
প্ৰণামো ভাৰতী ভগৱতী সৰস্বতী ।
যাহাৰ প্ৰসন্নে সুপ্ৰসন্ন হোৱে মতি ॥
জয়তি ভাৰত কৰ্ম্ম জয়তি মঙ্গল ।
শুনন্তা ভণন্তা দুহান্তৰ সম ফল ॥ ২১১৯৩
অনিৰুদ্ধ বদতি শুনিয়ো সাধু লোক ।
অল্পমতি জানি কিছু কৃপা কৰা মোক ॥
বিৰচিলো মহাভাৰতৰ কথা সাৰ ।
গুৰুৰ প্ৰসাদে হৌক লোকত প্ৰচাৰ ॥ ২১১৯৪
জন্মেজয় বদতি শুনিয়ো মুনিবৰ ।
প্ৰস্তুত কাহিনী কহো কুৰু-পাণ্ডৱৰ ॥
ধৰ্ম্মক্ষেত্ৰে কুৰুক্ষেত্ৰে কুৰু পাণ্ডুগণ ।
কেন কেন মতে সবে কৰিলন্ত ৰণ ॥ ২১১৯৫
কোন বীৰ তথাত আছিল অধিকাৰী ।
কোন কোন মহাৰথী বুলিবাক পাৰি ॥
দাৰুণ সমৰে কোন ঘৰে ভৈলা জয় ।
সাৰশেষ কৰি মোত কহিয়ো নিশ্চয় ॥ ২১১৯৬
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
কহিবো স্বৰূপ কথা ভাৰতবুদ্ধৰ ॥
কুৰুক্ষেত্ৰে একত্ৰে মিলিলা দুয়োদল ।
পয়োভৰে মেদিনী কৰয় টলবল ॥ ২১১৯৭
চৌকি দিয়া সজাগে ৰহিলা বীৰগণ ।
বিৰলে আলোচ কৰে ৰাজা দুৰ্য্যোধন ॥
চৰ মুখে শুনিলা সমস্ত কথা সাৰ ।
ধনঞ্জয় সেনাপতি পাণ্ডৱ দলৰ ॥ ২১১৯৮
কৃষ্ণ ভৈলা সাৰথি অৰ্জ্জুন ধনুৰ্দ্ধৰ ।
শুনি দুৰ্য্যোধনৰ বিষাদ গুৰুতৰ ॥
ত্ৰিভুবন বিজয় মাধৱ-ধনঞ্জয় ।
কাহাৰ শকতি ৰণে সাধিবেক জয় ॥ ২১১৯৯
সুৰাসুৰে বিমোহিত প্ৰচণ্ড প্ৰতাপে ।
কৃষ্ণ অৰ্জ্জুনক জিনিবেক কাৰ বাপে ॥
মনদুখে ৰাজাৰ গাৱত নাহি থাৰি ।
বীৰগণ মাতিয়া বৈসাইলা শাৰী শাৰী ॥ ২১২০০
দুঃশাসন দুৰ্ম্মুখ দুস্সহ বীৰ কৰ্ণ ।
দুৰ্দ্ধৰিষ বৃষকেতু বিজয় বিকৰ্ণ ॥
যুধামন্যু উত্তমোজা মাগধৰ পতি ।
জয়দ্ৰথ ভূৰিশ্ৰৱা কৌৰৱ নৃপতি ॥ ২১২০১
শল্য শাল্ব সুদক্ষিণ কাম্বোজ কলিঙ্গ ।
শ্ৰুতায়ুধ শ্ৰুতসেন নৃপতি বিৰিঙ্গ ॥
বিৰোচন পুৰুন্দৰ লখনা সুবৰ ।
কামৰূপাধিপ ভগদত্ত নৃপবৰ ॥ ২১২০২
এসম্বাক মুখ্য কৰি দুৰ্য্যোধন ৰায় ।
বুলিবে লাগিলা সবাহানে মুখ চাই ॥
সবেহন্তে আমাৰ বচন আকলিয়ো ।
কোন সেনাপতি হবা দেখায়ো বুলিয়ো ॥ '২০৩
গাৱে গাৱে বীৰসবে দিলা সন্নিধান ।
কি কৰিবো মহাৰাজা তুমি বিদ্যমান ॥

যাক যেন বুলিয়ো সাক্ষাত কৰো কাজ।
বিমৰিষি বোলে দুৰ্য্যোধন মহাৰাজ ॥ ২১২০৪
সবে বীৰগণ মধ্যে বিচাৰিয়া চাওঁ।
বীৰতো অধিক বীৰ ভীষ্মকেসে পাওঁ ॥
তাহান্তে বিষম আছে মহন্তৰ মায়া।
মোতোধিক অৰ্জ্জুনত দশগুণে দায়া ॥ ২১২০৫
তেহে সেনাপতি ভৈলে সবাহাৰে ৰঙ্গ।
যাহাৰ যুদ্ধত পশুৰামে ভৈলা ভঙ্গ ॥
বৈৰক আসঙ্গ দিব দায়ায়ে যুগুত।
মোৰো কাৰ্য্য হেলা নকৰিব গঙ্গাসুত ॥ ২১২০৬
নায়ক বিহীনে মিলে প্ৰজাৰ বিপত্তি।
এতেকেসে ভীষ্মক নকৰো সেনাপতি ॥
দ্ৰোণৰ সমান বীৰ নাহি একো থানে।
কুৰুকুল মধ্যে শ্ৰেষ্ঠ সৰ্ব্বলোকে জানে ॥ ২১২০৭
তোমাসাৰ হৰিষ তাহাঙ্ক পাইলে ৰণে।
তথাপিতো অৰ্জ্জুনক দায়া কৰে দ্ৰোণে ॥
সময় উপেক্ষি অৰ্জ্জুনক দিব পথ।
সকলে বিনাশ হৈব গজ বাজী ৰথ ॥ ২১২০৮
সি কাৰণে দ্ৰোণক নকৰো ৰণমাজে।
কৰ্ণৰ সমান বীৰ নাহি সামৰাজে ॥
যুদ্ধত ক্ৰোধত মন্ত্ৰণাতো অগ্ৰগণী।
যাহাৰ বীৰত্ব গুণে ঢাকিল ধৰণী ॥ ২১২০৯
তথাপি ভৰসা নাই ভয়াতুৰ বৰ।
যুদ্ধবেলা সম্মুখত ভিড়ি দিলে লৰ ॥
এতেক কৰ্ণক নাহি সহায় যুগুত।
সমৰত লঘু কৰিবেক ৰাধাসুত ॥ ২১২১০
মোৰ ভাই দুঃশাসন জানো ভালমতে।
যুদ্ধ দেখি ভঙ্গ দেই পলায় লগতে ॥
পাচক নচায় নাই প্ৰজাৰ বিপত্তি।
দুঃশাসন বীৰক নকৰো সেনাপতি ॥ ২১২১১
শকুনি মমাই সিটো সমৰে বাতুল।
কেৱলে জানয় সিটো পাশতিৰ মূল ॥

আনো সব বীৰগণ যতেক আছয়।
সবাতো অধিক বীৰ কৃষ্ণ ধনঞ্জয় ॥ ২১২১২
অশ্বত্থামা চিৰঞ্জীৱ দ্ৰোণৰ নন্দন।
তেহে সেনাপতি হৌক বোলে দুৰ্য্যোধন ॥
বীৰগণে ৰাজাৰ বচন অনুসৰি।
তেতিক্ষণে উঠিলেক জয়ধ্বনি কৰি ॥ ২১২১৩
দক্ষিণ দলত বসি আছে চিৰঞ্জীৱ*।
ৰাজাগণ সমে দুৰ্য্যোধন ভৈলা থিৰ ॥
দেখি অশ্বত্থামা গাৱ চালি ভৈলা থিৰ।
ৰাজাক সম্বোধি মাতিলন্ত মহাবীৰ ॥ ২১২১৪
কিবা আগমন মহাৰাজ কহিয়োক।
কি কাৰ্য্যক লাগে ঝাণ্টে আজ্ঞা কৰিয়োক ॥
দুৰ্য্যোধন বদতি শুনিয়ো মহাৰথ।
সেনাপতি হুয়া যুদ্ধ কৰা প্ৰথমত ॥ ২১২১৫
তোমাক কৰিলো কটকৰ অধিপতি।
অৰ্জ্জুনক জিনি মোক দিয়ো বসুমতী ॥
তোমাৰেসে অধিকাৰ যত বীৰগণ।
তোমাৰেসে ৰাজ্যভাৰ তোমাৰেসে ৰণ ॥ ২১২১৬
অশ্বত্থামা বোলন্ত শুনিয়ো মহাৰায়।
হেন জানা যুদ্ধত অৰ্জ্জুন ভৈলা ঠাই † ॥
কোন বস্তু যুধিষ্ঠিৰ বীৰ বৃকোদৰ।
সহদেৱ নকুল পতঙ্গ সমসৰ ॥ ২১২১৭
দ্ৰুপদ বিৰাট চেকিতান বলৱন্ত।
হৌক আসি সহায় আপুনি ভগৱন্ত ॥
তথাপিতো পাণ্ডৱৰ আশা পৰিহৰা।
নিগুটি কৰিবো যেবে মোৰ বোল ধৰা ॥ '১৮
যুধিষ্ঠিৰ নৃপতিক প্ৰথমে ধৰিবো।
ভীম ধনঞ্জয় দুইকো লগে সংহাৰিবো ॥
নকুল সহদেৱক ভেজৰা কৰো পাচে।
যুদ্ধত জিনিবো ৰাজাগণ যত আছে ॥ ২১২১৯
সব সৈন্য মাৰিয়া কৰিবো গোটা গোট।
তেৱে জানো পাণ্ডৱে লজিবে মোৰ জোট ॥

* চিৰঞ্জীৱ — অশ্বত্থামা। † ঠাই — মৃত্যু।

শুনি দুৰ্য্যোধন বৰ ভৈলা হৰিষিত।
বাদ্য ভগু চাপিলেক দ্ৰোণীৰ সম্প্ৰিত ॥ ২১২২০
বীৰঢাক তবল মঙ্গল তুৰী ভেৰী।
বীণা বাঁশী কৰতাল কাহালি মোহৰি ॥
শঙ্খ শিঙ্গা মৃদঙ্গ মন্দিৰা ঢাক ঢোল।
পল্লব গোমুখ জয়ধ্বনি মুখবোল ॥ ২১২২১
পাচে দুৰ্য্যোধন সবে সৈন্য কৰি থিৰ।
ধৰিলা যোগান সবে যথাযোগ্য বীৰ ॥
আগে পাচে সৈন্যৰ হস্তীৰ পটোৱাৰ।
জয় জয় ধ্বনি সবে দিলেক জোকাৰ ॥ ২১২২২

শ্ৰীকৃষ্ণ-যুধিষ্ঠিৰৰ আলাপ

বসিলা সমাজ পাতি কুৰু বীৰবৰে।
পাণ্ডৱৰ কথা শুনি আতি অনন্তৰে ॥
যেবে সেনাপতি অশ্বত্থামা ভৈলা ৰণে।
সাৰশেষ কথা শুনিলেক চৰগণে ॥ ২১২২৩
ধৰ্ম্ম নৃপতিৰ আগে কহে চৰগণে।
অশ্বত্থামা সেনাপতি কৈলা দুৰ্য্যোধনে ॥
যত বাদ্য-ভগু শুনা কৌৰৱ দলৰ।
চিৰঞ্জীৱ উৎসাহ বঢ়ায় কৌৰৱৰ ॥ ২১২২৪
আমি শুনি আছিলো সভাৰ ওচৰত।
দুৰ্য্যোধনে মিনতি বুলিলা যত যত ॥
অশ্বত্থামা বীৰক কহিলা যেন নয়।
তোমাক ধৰিবে জিনিবেক ধনঞ্জয় ॥ ২১২২৫
সহদেৱ নকুল ভীমৰ অথন্তৰ।
পাণ্ডৱৰ সৈন্যৰ বিনাশ নিৰন্তৰ ॥
এহি বুলি দূত মৌন হুয়া বসি ৰৈল।
শুনি যুধিষ্ঠিৰ ৰাজা বাক্যহীন ভৈল ॥ ২১২২৬
থিয়াহে শুকাইলা ৰাজা হেট মাথা কৰি।
সেহিবেলা আসিলা অৰ্জ্জুন-দেৱহৰি ॥
ধৰ্ম্মৰ দেখিয়া দুখ দুইহাতে সাদৰে।
পুছিবে লাগিলা ধনঞ্জয়-দামোদৰে ॥ ২১২২৭
কেনে দুখ কৰা মহাৰাজ ধৰ্ম্মময়।
তোমাৰ সহায় আমি কৃষ্ণ-ধনঞ্জয় ॥
ভীমসেন সহদেৱ নকুল সঞ্জয়।
বিৰাট দ্ৰুপদ শতানীক মহাশয় ॥ ২১২২৮
আনো সব বীৰৰ প্ৰভাৱ যত যত।
সবাকে সহায় দিবো তোমাৰ লগত ॥
কোন বস্তু কৌৰৱৰ বীৰগণ মানে।
যাক যৈতে সমৰে ৰাখিবো থানে থানে ॥ ২১২২৯
পাচে মোক সমৰে কৌৰৱ কুৰুপতি।
ঘোৰ ৰণে তাহাৰ কৰিবো সদগতি ॥
আউৰ কিবা তোমাৰ মনত অসন্তোষ।
কহিয়ো আমাত সবে বঢ়া টুটা দোষ ॥ ২১২৩০
যুধিষ্ঠিৰে বোলন্ত শুনিয়ো নাৰায়ণ।
যুদ্ধযজ্ঞে ক্ষত্ৰিয়ৰ মোক্ষ প্ৰয়োজন ॥
তাহাতে বিকল মোৰ চিত্ত নহে থিৰ।
চৰে কহিলেক কথা কুৰু নৃপতিৰ ॥ ২১২৩১
বীৰগণ লগে দুৰ্য্যোধনে আলোচিলা।
ভীষ্ম দ্ৰোণ কৰ্ণ আদি সবাকে বাছিলা ॥
অশ্বত্থামা বীৰক পাতিলা সেনাপতি।
কৈলা অঙ্গীকাৰ মোক ধৰিবাক প্ৰতি ॥ ২১২৩২
সবাহাক জিনিব দাৰুণ বলিয়াৰ।
নমৰিব চিৰঞ্জীৱ দ্ৰোণৰ কুমাৰ ॥
মোৰ সৈন্য বিনাশিব তাৰ মৃত্যু নাই।
সুমৰি সুমৰি মোৰ থিৰ নুহি কায় ॥ ২১২৩৩
তুমিসব বীৰৰ প্ৰভাৱ যত যত।
চিৰঞ্জীৱ কৰিবে সবাৰো তেজ হত ॥
এতেকেসে মনত সংশয় অতিৰেক।
তাৰ হাতে সৈন্য মৰে কোনে ৰাখিবেক ॥ ২১২৩৪
নকৰো সমৰ প্ৰভু তোমাত বুজাওঁ।
আজ্ঞা কৰা দুলাই বনক চলি যাওঁ ॥
নতু যুজ লাগন্তে কাম্পয় সৰ্ব্বগাৱ।
এবে কি কৰিবো আজ্ঞা কৰিয়ো মাধৱ ॥ '৩৫
এতেক বুলিয়া ৰাজা তেজিলা নিশ্বাস।
মাধৱে বোলন্ত নৃপতিৰ চাপি পাশ ॥
নকৰা বিমন মোৰ শুনা নিষ্ঠ বাণী।
বিনাযুদ্ধে কৌৰৱৰ ক্ষেত্ৰ কৰো হানি ॥ ২১২৩৬

আজ্ঞা কৰা মহাৰাজ এতিক্ষণে যাওঁ।
কুৰু-সমাজৰ মাজে বিষম লগাওঁ ॥
বিনা অস্ত্রে জিনিবো সমস্তে বীৰচয়।
মোৰ লগে দিয়ো প্রাণ-সখি ধনঞ্জয় ॥ ২১২৩৭
সবে হস্তে চাই থাকা আমি দুয়ো যাওঁ।
সমস্তে বৃত্তান্ত আসি তোমাত বুজাওঁ ॥
মোৰ বিদ্যমানে সবে পৰিহৰা শোক।
যাহা বুলি দদা মোক আজ্ঞা কৰিয়োক ॥ ২১২৩৮
চিন্তা এৰি যুধিষ্ঠিৰে বুলিলা কৃষ্ণক।
তুমি ইষ্টদেৱ আমি তোমাৰ সেৱক ॥
চাৰি ভাই সমে মই তোমাৰ কিঙ্কৰ।
যেন লাগে আপুনি কৰিয়ো দামোদৰ ॥ ২১২৩৯
কৌৰৱৰ পাশে যাইবা আমাসাক কাজে।
কূটনাট বেঢ়ি কৰিবেক সামৰাজে ॥
হেন বেলা কৃষ্ণ অৰ্জ্জুনক লাগ পাই।
বেঢ়ি ধৰিবেক সবে কৰিয়া অন্যায় ॥ ২১২৪০
তেবেতো আমাৰ সবে ব্যৰ্থ হবে কাজ।
বিনাযুদ্ধে কৌৰবে লৈবেক সামৰাজ ॥
এতেকে কাতৰ কৰো অভয় চৰণে।
তুমিসে আমাৰ গতি জীৱন মৰণে ॥ ২১২৪১
সত্বৰে আসিবা প্রভু মোৰ মনোৰথ।
অৰ্জ্জুনক সম্বোধি মাতিলা সম্মুখত ॥
কৃষ্ণে যেন কৰন্ত তোমাৰ প্রিয়কাৰী।
মই সমে ভীম নকুল সহদেৱ চাৰি ॥ ২১২৪২
তোহোতে ভৰসা কৰো আন কেহো নাই।
কৃষ্ণ ধনঞ্জয় শীঘ্র যায়ো দুই ভাই ॥
অব্যাহতে আসিয়োক শত্রুগণ জিনি।
যাহান্তে পন্থত কিছু নহোক বিঘিনি ॥ ২১২৪৩
শুভক্ষণে লৰিলা মাধৱ ধনঞ্জয়।
সহদেৱে মাঙ্গল্য ঘুষিলা জয় জয় ॥
নমো নমো নাৰায়ণ দীন দয়াশীল।
তুমিসে কৃপাৰ নিধি আবেসে জানিল ॥ ২১২৪৪
মোক কৃপা কৰা হৰি ধৰো চৰণত।
কেশে মুছি লৈবো চৰণৰ ধূলি যত ॥
হৰি-ভক্ত ব্ৰাহ্মণক কৰো নমস্কাৰ।
ভীষ্মপৰ্ব্ব নামে মহাভাৰত-পয়াৰ ॥ ২১২৪৫
বিৰচিলো গুৰুৰ চৰণ অনুসৰি।
প্রথমক আদি-দশমক অনুসৰি ॥
ভীষ্ম-অৰ্জ্জুনৰ যুদ্ধ কৃষ্ণৰ বিজয়।
শুনন্তে মুকুতি পদ পাপ হোবে ক্ষয় ॥ ২১২৪৬
গুচে যম যাতনা প্রসন্ন হোবে চিত্ত।
সাক্ষাতে হোৱন্ত আতি সুখ বিপৰীত ॥
দ্বিজ অনিৰুদ্ধে কহে এৰা আন কাম।
অভীষ্ট পূৰণ হোক বোলা ৰাম ৰাম ॥ ২১২৪৭

---

দুৰ্য্যোধনৰ ৰাজসভাত কৃষ্ণ-ধনঞ্জয়ৰ উপস্থিতি

**দুলড়ী**

কৃষ্ণ অৰ্জ্জুনৰ পয়াণ দেখিয়া
বীৰগণ নিশবদ।
যুধিষ্ঠিৰ ৰায় লোতক জুৰায়
নয়ন দুই তবধ ॥
প্রথমে ৰাজাক প্রণাম কৰিয়া
লৰি গৈলা নাৰায়ণ।
পাচে প্রদক্ষিণে নমিয়া ৰাজাক
লৰিল বীৰ অৰ্জ্জুন ॥ ২১২৪৮
যেন ৰবি শশী প্রকাশ কৰন্ত
অন্ধকাৰ দূৰ কৰি।
বলিক ছলিতে বামন চলিলা
সেহিমতে যান্ত হৰি ॥
আগবঢ়াই থৈয়া পথ নিৰেক্ষিয়া
বসিলা সমাজ পাতি।
আন চিন্তা নাই কৃষ্ণক ধিয়াই
গৈলা দুই পৰ ৰাতি ॥ ২১২৪৯
কৃষ্ণ-ধনঞ্জয় ত্বৰিত গমনে
পাইলা কৌৰৱৰ ৰাৰ।
ৰাখিয়া কটকে পুছিবে লাগিলা
কৰযোৰে বাৰম্বাৰ ॥

তোৰা দুই জন নৰ-নাৰায়ণ
সাক্ষাতে ব্ৰহ্ম শৰীৰ।
তোমাসাৰ হস্তে যুধিষ্ঠিৰ ৰায়
কুৰুক্ষেত্ৰে ভৈলা থিৰ ॥ ২১২৫০
কিবা প্ৰয়োজন এথা আগমন
সত্বৰে জানিবে চাওঁ।
ৰাজ-সমাজত সকলে বৃত্তান্ত
এক্ষণে জনাইবে যাওঁ ॥
বোলে নাৰায়ণ শুনা দ্বাৰীগণ
আন প্ৰয়োজন নাই।
যুধিষ্ঠিৰ ৰাজা যি কথা কহিছে
জনাইবো ৰাজাৰ ঠাই ॥ ২১২৫১
শীঘ্ৰে দিয়ো জান নাহি অপ্ৰমাণ
অস্ত্ৰ শস্ত্ৰ পৰিহৰি।
কেৱলে বসন বিনে নাহি আন
ৰাজ আজ্ঞা শিৰে ধৰি ॥
নকৰা বিলম্ব নাহি উপালম্ভ
কাল অতিক্ৰমি যায়।
শুনি দ্বাৰপাল লৰিলা সকাল
কৃষ্ণৰ চৰণ চাই ॥ ২১২৫২
ৰাজ-সমাজত বসি বীৰ যত
অন্যো অন্যে কৰে মেলা।
ৰাজাৰ দুৱৰী শীঘ্ৰে জানু পাৰি
জনাইলেক সেহি বেলা ॥
আদেশ নৃপতি শুনিয়ো সম্প্ৰতি
ৰাজ-দুৱাৰৰ কথা।
কৃষ্ণ-ধনঞ্জয় আসিয়া আছয়
নজানো কোন ব্যৱস্থা ॥ ২১২৫৩
অস্ত্ৰ শস্ত্ৰ নাহি বসন বিনাই
ধনঞ্জয়-বনমালী।
তোমাৰ সভাক চাহে আসিবাক
ধৰ্ম্মৰ আদেশ পালি ॥
শুনি দুৰ্য্যোধন গুণে মনে মন
জানিলো সিজিবে কাজ।
যুদ্ধে নোৱাৰিয়া আমাত হাৰিয়া
এৰি দিব সামৰাজ ॥ ২১২৫৪
সবে বীৰগণ কৰে বিজ্ঞাপন
কিনো সুপ্ৰভাত জানি।
সমৰ উপেক্ষি আইলা দুয়ো সখি
কহিবে সম্মত বাণী ॥
সুখী ভৈল লোক নাহি দুখ শোক
মহাৰাজ গুণে মনে।
দ্বাৰীক বোলয় কৃষ্ণ-ধনঞ্জয়
মাতি আন এতিক্ষণে ॥ ২১২৫৫
শুনিয়া দুৱৰী গৈলা পুনৰ্ব্বাৰ
কৃষ্ণ-অৰ্জ্জুনৰ আগে।
সত্বৰে যায়োক সবে কহিয়োক
কৌৰৱ ৰাজাৰ আগে ॥
আগত মাধৱ পাচত অৰ্জ্জুন
সমজ্যাত পৰবেশ।
ভীষ্ম আদি কৰি উঠিলা সাদৰি
হৰিষ ভৈলা অশেষ ॥ ২১২৫৬
দুৰ্য্যোধন ৰায় সাদৰে বঢ়াই
আসনক পাতি দিলা।
সেহিবেলা দুয়ো কৃষ্ণ-ধনঞ্জয়
আসিয়া পাচে বসিলা ॥
যত ৰাজাগণে বসিয়া আসনে
কৃষ্ণ-অৰ্জ্জুনক চাই।
চন্দ্ৰৰ আগত নক্ষত্ৰ প্ৰকাশে
দেখিয়া তত্ব পৰায় ॥ ২১২৫৭
জগত মঙ্গল চৰণ যুগল
ভকতৰ মহাধন।
অতি প্ৰীতিভাৱে পৰি ঠাৱে ঠাৱে
নমিলেক ৰাজাগণ ॥
নিজ আসনত বসিয়া সমস্ত
যত ৰাজাগণ আছে।
মধুৰ বচনে ৰাজা দুৰ্য্যোধনে
কৃষ্ণক মাতিলা পাচে ॥ ২১২৫৮

শুনা দামোদৰ যদুবংশধৰ
সুবুজো তযু আশয় ।
কিবা প্ৰয়োজনে আইলা দুয়ো জনে
নাৰায়ণ-ধনঞ্জয় ॥
বনক খেদিলো ৰাজ্যক নেদিলো
যুদ্ধক কৰিলো সাজ ।
অসময় বেলা কিসক আসিলা
কি কহিলা ধৰ্ম্মৰাজ ॥ ২১২৫৯
কহা দামোদৰ বিলম্ব নকৰ
যি কাজে আসিছা দুই ।
শুনি নাৰায়ণ বুলিলা বচন
আতি আনন্দিত হুই ॥
শুনা নৰবৰ কুৰুবংশধৰ
যি বুলিলা ধৰ্ম্মৰায় ।
কহিবো সকল শুনা কুৰুবল
বঢা-টুটা কিছু নাই ॥ ২১২৬০
নমো সদাশিৱ জগতৰ জীৱ
সুৰাসুৰে কৰে সেৱ ।
অভয় চৰণে শৰণে পশিলো
নিস্তাৰিয়ো কৃষ্ণদেৱ ॥
দ্বিজ অনিৰুদ্ধ মতিত অবোধ
নলৈলো হৰিৰ নাম ।
সমাজিক লোক নছাড়িবা মোক
ডাকি বোলা ৰাম ৰাম ॥ ২১২৬১

---

কৃষ্ণ-অৰ্জ্জুনৰ দুৰ্য্যোধনৰ লগত আলোচনা আৰু
অশ্বত্থামাৰ ঠাইত ভীষ্মক সেনাপতি বৰণ

পদ

মাধৱে বোলন্ত ৰাজা শুনা দুৰ্য্যোধন ।
যুধিষ্ঠিৰে আমাক পঠাইলা যি কাৰণ ॥
বোলে মোৰ পাশা খেলি লৈলা ৰাজ্যভাৰ ।
ৰাকলি বসন ফল-মূলেসে আহাৰ ॥ ২১২৬২
বনে বনে ফুৰিলো দণ্ডেক যুগ যায় ।
সুখে ৰাজ্য ভোগ কৰে দুৰ্য্যোধন ৰায় ॥
তথাপি খুজিলো ৰাজ্য নেদিলা দুনাই ।
সবাকে জনাইলো এবে মোৰ দোষ নাই ॥ '৬৩
এভো যদি যুদ্ধ এৰি দেই ৰাজ্যভাৰ ।
তেসম্বে আমাৰ তেভো আমিয়ো তাহাৰ ॥
সি কাৰণে বোলো জ্ঞাতিগণ ৰক্ষা কৰি ।
দুয়ো ঘৰ ৰহোক কন্দল পৰিহৰি ॥ ২১২৬৪
এহি বুলি মাধৱে চাহিলা দক্ষিণক ।
দ্ৰৌণীক সম্বোধি মাতে আসা ইথানক ॥
যুধিষ্ঠিৰে যি কহিলা তোমাত গোচৰে ।
মন কৰি শুনা তাক মোহোৰ ওচৰে ॥ ২১২৬৫
সাদৰে উঠিলা কৃষ্ণে ধৰিলন্ত কৰে ।
কিছু কিছু কৰি গৈলা কৃষ্ণৰ ওচৰে ॥
নাৰায়ণে মাতন্ত নগৈলে ভাল নাই ।
অশ্বত্থামা ত্বৰিতে উঠিলা গিৰিসাই ॥ ২১২৬৬
আসা আসা সেনাপতি মোক্ষ কৌৰৱৰ ।
তোমাতেসে আসকতি পাঞ্চ পাণ্ডৱৰ ॥
তুমি যাৰ সহায় আপুনি চিৰঞ্জীৱ ।
কাহাৰ শকতি সমৰত হৈব থিৰ ॥ ২১২৬৭
সাৰ্থক জন্মিলা বিপ্ৰকুলে উতপতি ।
মহাভাৰতৰ যুদ্ধে ভৈলা সেনাপতি ॥
দুৰ্য্যোধন ৰাজায়ো সাৰ্থক বুলিলন্ত ।
তুমি হেন সেনাপতি মহিমা অত্যন্ত ॥ ২১২৬৮
তুষ্ট ভৈলো তোমাক প্ৰত্যেকে লাগ পাই ।
কৰ্ণে মুখ দিয়া হৰি ধৰিলা জপাই ॥
গোপ্য কৰি বোলো তোক দ্ৰোণৰ তনয় ।
ধানত তণ্ডুল হবে সমস্তে জানয় ॥ ২১২৬৯
পতানত কিবা হোৱে কহা নিষ্ঠ কৰি ।
অন্ন বিনে প্ৰাণীৰ জীৱন যায় মৰি ॥
অন্নেসে দেহীৰ সাধ্য ব্ৰহ্ম সনাতন ।
অন্ন বিনে দেহীৰ নৰহে নিৰঞ্জন ॥ ২১২৭০
ধৰ্ম্ম কৰ্ম্ম বিহীন নৰহে সদাচাৰ ।
যত প্ৰাণী আছে হৰে অন্নেসে আহাৰ ॥

থাকা বুলি হাতৰ এৰিলা নাৰায়ণ ।
ভীষ্মৰ মুখক চাই বুলিলা বচন ॥ ২১২৭১
শুনা কুৰুবৃদ্ধসব মোহোৰ বচন ।
গূঢ় অভিমত শুনুজয় একোজন ॥
যি কাৰণে দূত হুয়া আসিলো সম্প্ৰতি ।
দুয়ো ঘৰে সমানে হুয়োকু মিত্ৰবতি ॥ ২১২৭২
কৌৰৱ কুটুম্ব মোৰ অৰ্জ্জুন বান্ধৱ ।
দুয়ো ঘৰে সম ভৈলে নাহি পৰাভৱ ॥
এতেক বুলিয়া সমজ্যাৰ বিদ্যমানে ।
অশ্বত্থামা বীৰৰ জপিলা দুয়ো কাণে ॥ ২১২৭৩
ধানত তণ্ডুল পতানত কিছু নাই ।
মূত্ৰয়ে শোণিত মাংস অন্নেসে বঢাই ॥
সেহিসে ঔৰসে প্ৰাণ মনৰ বিকাৰ ।
অন্নৰসে জীৱন্ততে দেহীৰ অধিকাৰ ॥ ২১২৭৪
প্ৰাণ মন ইন্দ্ৰিয় নিয়মি যোগীগণে ।
গৃহ এৰি তপসি ফুৰয় বনে বনে ॥
সিয়ো পাৰে উত্তম গতিক যাত হন্তে ।
অন্নদানে মহামতি সাধয় সিদ্ধতে ॥ ২১২৭৫
নিৰাহাৰ প্ৰাণীক কৰয় অন্নদান ।
নাহি নাহি মহাদান তাহাৰ সমান ॥
হাতে ধৰি তুনাই মাতন্ত মুণ্ড তুলি ।
শুনা দুৰ্য্যোধন মোৰ বচন সমূলি ॥ ২১২৭৬
দিবাক নোৱাৰা ৰাজ্য নেদিলে নেৱয় ।
তাতেসে আসিলো মই কৃষ্ণ-ধনঞ্জয় ॥
কুৰু-পাণ্ডৱৰ দুইৰো বুজিলো আশয় ।
কৰ্ম্মেসে কৰায়ে যাৰ জয়-পৰাজয় ॥ ২১২৭৭
জয়কেসে আশায়ে বিষম ৰাজাগণ ।
দৈৱবশে হাৰয় জিনয় কতোজন ॥
সিয়ো দোষে নপাৰে মধ্যস্থসকলক ।
কৰ্ম্মবশে কতো স্বৰ্গ ভুঞ্জয় নৰক ॥ ২১২৭৮
সবে বীৰগণ সাধিয়োক মনকাম ।
যথাযোগ্য কৰিয়ো মনৰ পৰিণাম ॥
গোবিন্দৰ আশয় [illegible] আৰম্ভনে ।
ভীষ্ম মাত্ৰ জানিলা [illegible] মনে মনে ॥ ॥ ২১২৭৯

ভূমিভাৰ হৰিবে আছিছা নাৰায়ণ ।
তাহাৰ ঘৰত তাত নাহি প্ৰয়োজন ॥
বিমৰিষ কৰে সবে কুৰু বীৰচয় ।
কিবা সচিত্তত কিবা সোপন দেখয় ॥ ২১২৮০
পুনু অশ্বত্থামাক মাতয় দেৱহৰি ।
কাণে কাণে মুখ দিয়া চাপৰি চাপৰি ॥
কহ অশ্বত্থামা কেনে মনত সংশয় ।
ধানত তণ্ডুল আছে সমস্তে জানয় ॥ ২১২৮১
পতানত কিবা তান্ত কহিয়ো নিতান্ত ।
নহকিবা জানি নাৰায়ণ উঠিলন্ত ॥
থাকা বুলি হাতৰ এৰিলা ভগৱন্ত ।
দেখি কুৰু সেনাগণ বিস্ময় ভৈলন্ত ॥ ২১২৮২
দুৰ্য্যোধনে বোলন্ত শুনিয়ো দামোদৰ ।
পিতা পুত্ৰ জ্ঞাতি মিত্ৰ নাহি ক্ষত্ৰিয়ৰ ।
যুধিষ্ঠিৰ আসিলা আসিলা বৃকোদৰ ।
সহদেৱ নকুল অৰ্জ্জুন দামোদৰ ॥ ২১২৮৩
আমিয়ো আসিলো ভীষ্ম দ্ৰোণ আদি কৰি ।
বিনা যুদ্ধে কিসক এৰিব বসুন্ধৰী ॥
প্ৰভাততে যুদ্ধ হৈব নাহি অন্যথা ।
যুধিষ্ঠিৰ ৰাজাত কহিবা মোৰ কথা ॥ ২১২৮৪
মাধৱে বোলন্ত সবে থাকা এহি ভাৱে ।
ধৰ্ম্ম নৃপতিত মই জনাওঁ সিঠাৱে ॥
লৰিলন্ত কৃষ্ণ অৰ্জ্জুনৰ হাতে ধৰি ।
সিদ্ধ ভৈল কাৰ্য্য বুলি হাসিলন্ত হৰি ॥ ২১২৮৫
দুৱাৰৰ বাজ হুয়া অৰ্জ্জুন-দামোদৰ ।
পৰম আনন্দ ভৈলা দুয়ো বীৰবৰ ॥
বৈশম্পায়ন বোলে শুনা ৰাজা জন্মেজয় ।
উলটি গৈলন্ত যদি কৃষ্ণ-ধনঞ্জয় ॥ ২১২৮৬
দুৰ্য্যোধন ৰাজাৰ বিচাট কৰে মন ।
সমজ্যাৰ মুখ চাই বুলিলা বচন ॥
আমিসবে যি শুনিলো কৃষ্ণৰ মুখত ।
ইসব কথাক মোৰ নলাগে মনত ॥ ২১২৮৭
অশ্বত্থামা সেনাপতি জগতে জানয় ।
মাধৱে কহিলা মাত্ৰ লাগি [illegible] ॥

আমি তাক জানিলোহো গোপ্য আলোচন।
শুনিলেসে শান্ত হৱে আমাসাৰ মন ॥ ২১২৮৮
উঠি আসা সেনাপতি মহন্ততে সাৰ।
কৃষ্ণে যি কহিলা তাক কৰিয়ো প্ৰচাৰ ॥
আসা আসা বুলি ৰাজা দিলা হাত বাৰ।
যেনে তেনে অশ্বত্থামা চালিলন্ত গাৱ ॥ ২১২৮৯
আগক নবাঢ়ে ভৰি গাৱ নোহে থিৰ।
দেখি মহা মনদুখ কুৰু নৃপতিৰ ॥
শীঘ্ৰে আসি কহ বোলে দুৰ্য্যোধন ৰায়।
ঠনগণ ব্ৰাহ্মণ কাহাত গহ পাই ॥ ২১২৯০
ভয় হুয়া ব্ৰাহ্মণেয়ো গুণে মনে মনে।
কদাচিতো ভাল নেদেখিবে দুৰ্য্যোধনে ॥
আজি মোৰ কুক্ষণে ৰজনী পৰবেশ।
নাৰাখিলো হন্তে মই কৃষ্ণৰ আদেশ ॥ ২১২৯১
তেৱে কি আপদে পাই নজানিলো মই।
শুধাহাতে মোক কি কৰিবে ধনঞ্জয় ॥
যাক খুজিবাক লাগে হাততে লভিলো।
তথাপিতো মাধৱৰ চেষ্টা নুবুজিলো ॥ ২১২৯২
থিয় হৈয়া অশ্বত্থামা নোতোলন্ত মাথ।
গলাগোপ লাগি গৈল কুৰু সমাজত ॥
সম্বোধিয়া দ্ৰৌণীক মাতয় দুৰ্য্যোধন।
ওবা অশ্বত্থামা মোৰ ভিতি কৰা মন ॥ ২১২৯৩
আন কথা আলজাল তাক নাহি মন।
কৰ্ণে মুখ দিয়া কি কহিলা নাৰায়ণ ॥
তাহাকে কহিয়ো সবে পৰিহৰা মান।
প্ৰিয়তম নাহি মোৰ তাহাৰ সমান ॥ ২১২৯৪
স্বৰূপত তুমি মোৰ ভিন্ন পৰ নাই।
কৃষ্ণ-ধনঞ্জয় কাৰ উৰুৱাইবে ছাই ॥
এহি বুলি নৃপতি কৰিলা নিশবদ।
কাংস পৰি জীণ গৈল ৰাজ সভাসদ ॥ ২১২৯৫
কতো বেলি সেনাপতি দিলেক উত্তৰ।
কোন বা প্ৰস্তুত কৈয়ো সভাৰ ভিতৰ ॥
নৃপতি মাতন্ত কিছু মন কষ্ট কৰি।
প্ৰস্তুত কহিয়ো অপ্ৰস্তুত পৰিহৰি ॥ ২১২৯৬

ৰাজাৰ বচনে মাতিলন্ত আগবাঢ়ি।
কৃষ্ণে যি বুলিলা তাক কহিয়ো প্ৰচাৰি ॥
ধানত তণ্ডুল আছে পতানত নাই।
ইহাকেসে কহে মোত ছুনাই ছুনাই ॥ ২১২৯৭
প্ৰস্তুত কহিলো কথা কৃষ্ণৰ মুখৰ।
অমেসে প্ৰাণীৰ এহি সমস্তে সংসাৰ ॥
ধান্যত তণ্ডুল পতানত কিবা হয়।
স্বৰূপ কৰিয়া মোত কহিয়ো নিৰ্ণয় ॥ ২১২৯৮
কৰ্ণে জপি কহিলন্ত চাপৰি ছুনাই।
এহি অপ্ৰস্তুত বিনে আন কথা নাই ॥
হেন শুনি কোপ কৰি মাতে নৃপবৰ।
আকেসে কহিবে আসিলেক দামোদৰ ॥ '৯৯
নযাওঁ সঞ্জাত মই ইসব কথাত।
কৃষ্ণে কহিবাৰ কথা কহিয়ো আমাত ॥
ধানত তণ্ডুল হোৱে সমস্তে জানয়।
আক কি কহিবো ৰাজা সমস্তে জানয় ॥ ২১৩০০
যেৱে তই ব্ৰাহ্মণ ৰহিবি ভালে ভালে।
কৃষ্ণৰ ৰহস্য মোত কহিয়ো সকলে ॥
অশ্বত্থামা বোলে মোত কিছু দোষ নাই।
আকে কহি সত্বৰে উঠিলা যদুৰায় ॥ ২১৩০১
শুনি কৰ্ণ নৃপতিৰ নপশে কাণত।
বোলে ওবা ব্ৰাহ্মণ বুজিলো তোৰ মত ॥
নিষ্টে জানো তই পাণ্ডৱৰ খাইলি ভাৰি।
তাকে ৰাজ্য জোকাৰিয়ো আমাসাক মাৰি ॥ '৩০২
তেসম্বে সহিতে তই ভৈলি একত্তৰ।
নিলাজ ব্ৰাহ্মণ তোৰ মোক নাহি ডৰ ॥
যুদ্ধক নপাৰি ধনঞ্জয় মহাবীৰ।
সমৰ উপেক্ষি পঠাইলেক যুধিষ্ঠিৰ ॥ ২১৩০৩
শুনিলেক চিৰজীৱ ভৈল সেনাপতি।
আগবাঢ়ি তোক কৰিলেক মিত্ৰবতি ॥
তোৰ কটকৰ সবে মিলিবেক নাশ।
পাণ্ডৱৰ মিত্ৰতাক নকৰো বিশ্বাস ॥ ২১৩০৪
তিলৰ কুণৰ তোজনীৰ সঞ্চাৰ।
তই কিবা সমৰৰ জানক বিচাৰ ॥

এবিলোহো সেনাপতি তোক এতিক্ষণে।
খেদ খেদ বুলি আদেশিলা দুৰ্য্যোধনে ॥ ২১৩০৫
সব সৈন্য অন্তৰিল বৈল একেশ্বৰ।
অশ্বত্থামা শুণিলেক সভাৰ ভিতৰ ॥
পৰম বিষাদ দুৰ্য্যোধনৰ মনত।
বীৰগণ লৈয়া গৈলা ভীষ্মৰ ঘৰত ॥ ২১৩০৬
সেনাপতি তাহাক বৰিল সমদলে।
যুদ্ধৰ নিয়ম ভীষ্ম কহিলা সকলে ॥
যেবে কৃষ্ণ ধনঞ্জয় সত্বৰ গমনে।
দুয়ো হস্তে প্ৰণামিলা ৰাজাৰ চৰণে ॥ ২১৩০৭
নৃপতি বোলন্ত বাপু সত্বৰে আসিলা।
কুৰু নৃপতিৰ আগে কিবা সম্ভাষিলা ॥
কি কৰন্ত ভীষ্ম দ্ৰোণ কৰ্ণ দুৰ্য্যোধন।
শাল্ব শল্য সুদক্ষিণ সুবল নন্দন ॥ ২১৩০৮
অশ্বত্থামা সেনাপতি কুশলে আছয়।
আমাক যুজিবে কিবা আলচ কৰয় ॥
তুমিসব সমে কিবা ভৈল সম্ভাষণ।
সত্বৰে কহিয়ো তাক নাথ নাৰায়ণ ॥ ২১৩০৯
মাধৱ বদতি দদা পৰিহৰা খেদ।
দুৰ্য্যোধন এবে তান মন কৈলো ভেদ ॥
অপ্ৰস্তুত কৈলো তাক ওচৰক আতি।
আমি উঠি আসিলো বিস্ময় ভৈলা আতি ॥ '১০
আৰ চিৰঞ্জীৱক নকৰা তুমি ভয়।
অবিলম্বে সমৰ জিনিব ধনঞ্জয় ॥
এৰা অপমান দুখ মোৰ বোল ধৰা।
বীৰগণ সমে সুখে জয়ধ্বনি কৰা ॥ ২১৩১১
কৃষ্ণৰ বচনে ৰাজা হৰিষ লভিলা।
সমাজ বিসৰ্জ্জি জয় জয় উচ্চাৰিলা ॥
শুনা নৰনাৰী হৰি চৰিত্ৰ উত্তম।
ভকত বৎসল নাহি মাধৱৰ সম ॥ ২১৩১২
দুষ্টক দণ্ডিবে প্ৰকৃতি ৰাখিয়া সন্তক।
আপুনি উপায় কৰি নিজ ভকতক ॥
কেমনে বুজিবে পাৰি ঈশ্বৰৰ লীলা।
ৰথৰ সাৰথি হুই আৰ বৰোখিলা ॥ ২১৩১৩
মোক কৃপা কৰা হৰি ধৰো চৰণত।
বোলা ৰাম ৰাম সভাসদ লোক যত ॥ ২১৩১৪

---

ভীমৰ স্বপ্ন দৰ্শন

ছবি

ঋষিয়ে বোলন্ত কাজ শুনিয়োক মহাৰাজ
পাচে যুধিষ্ঠিৰে যি কৰিলা।
পাঞ্চ ভাই ভিন্নে ভিন্নে শুতিলেক থানে থানে
দ্ৰৌপদীয়ো শয়ন কৰিলা ॥ ২১৩১৫
বিৰল ভৈলেক ৰাতি নাহি কাৰো মাতামাতি
নিশবদ সবে বীৰগণ।
ঈশ্বৰৰ ইচ্ছা ভৈলা সবে যদি নিদ্ৰা গৈলা
বৃকোদৰে দেখিলা সপোন ॥ ২১৩১৬
মিলিল ভাৰত ৰথ আইলা সবে দেৱগণ
দুন্দুভি শবদ শুনি ৰব।
কাহাকো নমাতি গৈয়া হাতে শৰ ধনু লৈয়া
ভীমসেনে তৈকে দিলা লৰ ॥ ২১৩১৭
বৃক্ষৰ আগত চৰি দেখে ভীমে নেত্ৰভৰি
দ্ৰৌপদী আছয় সেহি থানে।
বেঢ়ি আছে দিব্য নাৰী গাৱে দিব্য নেতশাৰী
উপাসা কৰন্ত থানে থানে ॥ ২১৩১৮
জয় জয় ভগৱতী কাত্যায়নী যশৱতী
জগত জননী মহামায়া।
সুৰাসুৰে কৰে সেৱ ব্ৰহ্মা আদি যত দেৱ
সবাকে কৰিছা তুমি দায়া ॥ ২১৩১৯
পাণ্ডৱে তোমাক পাই খানিকো সময় নাই
ভাৰ্য্যা বুলি মাতে অনুভৱ।
পাঞ্চ ভাই সম কৰি সবাৰে খুৱাইলা ভৰি
পত্ৰবালা বনৰ ভিতৰ ॥ ২১৩২০
আমি সবে দেৱগণ তোমাকেসে দৰশন
আন কিবা আছে প্ৰয়োজন।
পাণ্ডৱক দিয়ো ৰাজ সিজোক সকলে কাজ
হত হৌক কুৰু বীৰগণ ॥ ২১৩২১

দ্ৰৌপদী বোলন্ত বাণী     তুয়ো ঘৰে যুদ্ধ মানি
কুৰুক্ষেত্ৰে ভৈলা একথাম।
পুনৰাগমন নাই     পাণ্ডৱৰ পাঞ্চ ভাই
কেৱলে ৰহিব মাত্ৰ প্ৰাণ ॥ ২১৩২২
দ্ৰৌপদী বোলন্ত যত     ভীমে দেখে সপোনত
দেৱৰ সম্মত গুৰুতৰ।
বিসৰ্জ্জন ভৈল ৰাতি     সবে কৰে মাতামাতি
চেতন লভিলা বৃকোদৰ ॥ ২১৩২৩
দেখন্ত দ্ৰৌপদী আছে     লৰিলা ৰাজাৰ কাছে
জানু শিৰে ভীমে দিলা জান।
শুনা দন্দ্ৰা ধৰ্ম্মৰাজ     দ্ৰৌপদীত সবে কাজ
সমাধিতে লভিলো প্ৰমাণ ॥ ২১৩২৪
শুনা কহো সাৰেসাৰ     সঁপোনৰ সমাচাৰ
ভৈলা পুনু ভাৰতৰ ৰণ।
শুনি মই গৈলো ধাই     দেৱদেৱী এক ঠাই
তথাতে দ্ৰৌপদী উপসন্ন ॥ ২১৩২৫
দিব্য শ্বেত আসনত     বেঢ়ি গান কৈলা যত
দেৱে কৰে পুষ্প বৰিষণ।
মহামায়া ভগৱতী     কাত্যায়ণী যশৱতী
এহি বুলি পৰশে চৰণ ॥ ২১৩২৬

---

দ্ৰৌপদী মন্দিৰত পঞ্চ পাণ্ডৱৰ প্ৰবেশ

**ছুলড়ী**

দ্ৰুপদনন্দিনী     দেৱৰ জননী
জানিবা আক নিশ্চয়।
এহেন্তে পাৰ্ব্বতী     সাদৰিবো মাতি
নাহিকে কিছু সংশয় ॥
ঋষিয়ে বোলয়     শুনা জন্মেজয়
ইটো কথা মনোহৰ।
ত্বৰিতে লৰিলা     ভীম যুধিষ্ঠিৰ
ধনঞ্জয় দামোদৰ ॥ ২১৩২৭
সহদেৱ সমে     নকুলো আসিলা
দ্ৰৌপদীৰ মন্দিৰক।
সাদৰে মাতন্ত     দেখি ভগৱন্ত
মহাবীৰ অৰ্জ্জুনক ॥
সতীৰ মহিমা     কৈখে কোনে সীমা
শুনিয়োঁ অন্ত নপায়।
একৈক সতীৰ     শত সহস্ৰেক
নাৰীয়ো সমান নুই ॥ ২১৩২৮
বস্ত্ৰ অলঙ্কাৰ     পুষ্প উপহাৰ
দিবো দ্ৰৌপদীৰ আগে।
ধৰ্ম্ম বৃকোদৰ     নকুল সহদেৱ
সবহি ভেটিব লাগে ॥
ধৰ্ম্ম দিয়া মন     বসন ভূষণ
দিলন্ত অমূল্য বাচি।
ভীমেয়ো দিলন্ত     নকুল মহন্ত
সহদেৱ সব্যসাচী ॥ ২১৩২৯
নৃপতি বোলন্ত     শুনা ভগৱন্ত
তোমাত সবে বিদিত।
দ্ৰৌপদী সহিত     হিত আসৱিস
নাহি মোৰ পৃথিৱীত ॥
কৌৰৱ ৰাজাৰ     যত অপকাৰ
সমস্তে দ্ৰৌপদী জানে।
সিটো অপযশ     গুচাবো কুযশ
দ্ৰৌপদীৰ বিত্তমানে ॥ ২১৩৩০
ভাৰত যুদ্ধৰ     ভৈল উপগত
দ্ৰৌপদী তোমাত গহে।
পাণ্ডৱৰ জয়     কৌৰৱৰ ক্ষয়
তেৱেসে যশস্তা ৰহে ॥
দ্ৰৌপদী বোলন্ত     হেৰা ভগৱন্ত
তোমাৰ চৰণ বিনে।
নজানোহো আন     জপ তপ ধ্যান
সেৱা কৰো ৰাত্ৰি দিনে ॥ ২১৩৩১
কৰিবোক জয়     সবাকো কুশল
পাণ্ডৱৰ নিজপতি।

মোহোৰ বিৰোধী কৌৰৱ কুবুদ্ধি
সবে যাওক অধোগতি ॥
নমো নাৰায়ণ বিঘিনি খণ্ডন
ভকতবৎসল দেৱ ।
কৰা কৃপা হৰি দণ্ডৱতে পৰি
কৰো লক্ষ কোটি সেৱ ॥ ২১৩৩২
শুনা সভাসদ ছাড়োক্ আপদ
ভীষ্মপৰ্ব্ব কথা সাৰ ।
কহে অনিৰুদ্ধ চিত্ত হৌক শুদ্ধ
ৰাম বোলা বাৰে বাৰ ॥ ২১৩৩৩

---

### প্ৰথম দিনৰ সমৰৰ আয়োজন

ঋষিয়ে বোলন্ত কথা শুনা নৰেশ্বৰ ।
প্ৰস্তুত কাহিনী কহো ভাৰত যুদ্ধৰ ॥

পদ

ৰজনী প্ৰভাত ভৈল ৰজনী প্ৰসন্ন ।
বজাৱে নিসান পাণ্ডৱৰ সেনাগণ ॥
স্নান পান কৰিলন্ত বিধি ব্যৱহাৰ ।
ধৰিলা যোগান সবে ৰাজাৰ দুৱাৰ ॥ ২১৩৩৪
যুধিষ্ঠিৰে স্নান দান কৰি বিধিমতে ।
দেৱগুৰু পিতৃক নমিলা দণ্ডৱতে ॥
ইষ্টদেৱ কৃষ্ণৰ চৰণে কৰি নতি ।
ব্ৰাহ্মণক ব্ৰহ্মভোজ কৰাইলা নৃপতি ॥ ২১৩৩৫
সুবৰ্ণ ৰজত ভূমি দাস দাসীগণ ।
সমস্তে বিপ্ৰক ৰাজা কৰিলা সন্মান ॥
বাটে বাটে চৌপন্থাত্ত পদুলি পদুলি ।
সুমঙ্গলি কন্যাগণে পাৰয় উৰুলি ॥ ২১৩৩৬
সিন্দুৰৰ আলিগণ সিন্দুৰে মণ্ডিত ।
সুবৰ্ণৰ ঘট গচা মাণিকে মণ্ডিত ॥
আৰিলা পতাকা ধ্বজ চিৰলে বিশেষ ।
তোৰণ পৰিয়া আছে চামৰে অশেষ ॥ ২১৩৩৭
পঞ্চম শবদে বাজে শঙ্খধ্বনি ঘোষ ।
ব্ৰাহ্মণৰ বেদধ্বনি শুনন্তে সন্তোষ ॥

দাহিনে ব্ৰাহ্মণ বামে পতিব্ৰতা নাৰী ।
সুমঙ্গল গাৱে সবে হুয়া শাৰী শাৰী ॥ ২১৩৩৮
সুত যে মাগধ বন্দি তাল যন্ত্ৰ ধৰি ।
চাটুকাৰে চাটু কৰে দেশী দেশান্তৰী ॥
দৈৱজ্ঞে জনাৱে যাত্ৰা সুমঙ্গল চাই ।
কৃষ্ণ সমে আইলা নৃপতিৰ চাৰি ভাই ॥ ২১৩৩৯
একাসনে বসিলা অৰ্জ্জুন দামোদৰ ।
সন্মুখে বসিলা সহদেৱ বৃকোদৰ ॥
একভিতে সাত্যকি বিৰাট ধৃষ্টদ্যুম্ন ।
ঘটোৎকচ হিড়িম্বাত উতপন্ন ॥ ২১৩৪০
চেকিতান শিখণ্ডী উৎকল যুধিষ্ঠিৰ ।
সহদেৱ নকুল দ্ৰুপদ কাশী বীৰ ॥
ভীমসেন পতি বিৰঞ্চিৰ অভিমন্যু ।
সুধন্বা সুৰথ তাম্ৰধ্বজ শতধনু ॥ ২১৩৪১
এসম্বাক মুখ্য কৰি অতিৰথী বীৰ ।
ৰাজাৰ সন্মুখে আসনত ভৈলা থিৰ ॥
মহাৰথী অৰ্দ্ধৰথী বীৰ বাচি বাচি ।
কৃষ্ণে সমে ৰথত উঠিলা সব্যসাচী ॥ ২১৩৪২
ধৰ্ম্মৰাজে বিজয় মাহিন্দ্ৰ যাত্ৰা পায় ।
অভিজিত মুহূৰ্ত্তক দৈৱজ্ঞে জনায় ॥
যমদণ্ড নক্ষত্ৰে মিলিলা যেতিক্ষণে ।
ৰথত চড়িলা ৰাজা ধৰ্ম্মৰ নন্দনে ॥ ২১৩৪৩
দক্ষিণত বৃকোদৰ বামে সহদেৱ ।
সন্মুখে চলিলা ধনঞ্জয় বাসুদেৱ ॥
পাচত নকুল ৰাজাগণ পটোৱাৰে ।
জয় জয় শবদ ঘুষিলা বাৰম্বাৰে ॥ ২১৩৪৪
যেন পুৰন্দৰ চলে দেৱগণ বেঢ়ি ।
ত্ৰিপুৰ দহিবে যেন ৰুদ্ৰ যায় লৰি ॥
গগন ঢাকিয়া দেৱে চাহে একদৃষ্টি ।
পাণ্ডৱৰ শিৰত কৰিলা পুষ্পবৃষ্টি ॥ ২১৩৪৫
দুন্দুভি বজায়া ঘুষিলেক জয় জয় ।
ৰণভূমি প্ৰৱেশিলা কৃষ্ণ ধনঞ্জয় ॥
ফুৰি ফুৰি চাইলা ৰথ ধনঞ্জয় হৰি ।
মধ্যত ৰাখিলা যোৰা সৈন্য থিৰ কৰি ॥ ২১৩৪৬

সেহি সময়ত ভীষ্ম ৰাজা দুৰ্য্যোধন।
কৃপ কৃতবৰ্ম্মা অশ্বত্থামা দুঃশাসন ॥
কৰ্ণ শুক দ্ৰোণ শল্য ৰাজা ভগদত্ত।
ভূৰিশ্ৰবা অলম্বুষ ৰাজা জয়দ্ৰথ ॥ ২১৩৪৭
বৃহৎসেন শ্ৰুতায়ুধ মাগধ গান্ধাৰ।
কলিঙ্গ কাম্বোজ যে সুবল অধিকাৰ ॥
বিন্দ অনুবিন্দ সুদক্ষিণ অনুশাল্ব।
যুধামন্যু উত্তমৌজা বিকৰ্ণ বিশাল ॥ ২১৩৪৮
এসম্বাক মুখ্য কৰি বীৰগণ লৈয়া।
ভীষ্ম সেনাপতি ৰণভূমি পাইলা গৈয়া ॥
দুয়ো সেনা মধ্যত ভীষ্মৰ নাহি সম।
তেখনে কৰিলা সবে যুদ্ধৰ নিয়ম ॥ ২১৩৪৯
কৃষ্ণ অৰ্জ্জুনক দেখি যুদ্ধ সম্মুখত।
সৈন্যৰ মাজত ভীষ্মে ৰথাইলেক ৰথ ॥
ধৃতৰাষ্ট্ৰ ৰাজা পাচে পুছে সঞ্জয়ত।
কুৰু পাণ্ডৱৰ যুদ্ধ কহা কেনমত ॥ ২১৩৫০
ভীষ্ম ধনঞ্জয় যেৱে ভৈলা একত্তৰ।
কহা পাচে কি কৰিলা দুয়ো বীৰবৰ ॥
সঞ্জয় বোলন্ত ৰাজা শুনা ৰঙ্গমনে।
যুদ্ধৰ উৎসৱ আৰে শুনা থানে থানে ॥ ২১৩৫১
একেবাৰে কৌৰৱে কৰিলা শঙ্খধ্বনি।
কাহাৰো মাতক কেৱে থিতাতে নুশুনি ॥
মত্ত হস্তীগণে চিহৰিলা একেবাৰে।
ঘোৰাসবে নাদয় কৰ্ণত তাল মাৰে ॥ ২১৩৫২
বীৰ ঢাক মঙ্গল তবল জাপ ঢোল।
গগন মণ্ডল ঢাকি পাইলা স্বৰ্গ কোল ॥
পাণ্ডৱৰ শঙ্খধ্বনি শুনা আতপৰে।
পাঞ্চজন্য শঙ্খ ফুকিলন্ত দামোদৰে ॥ ২১৩৫৩
দেৱদত্ত শঙ্খক ফুকিলা ধনঞ্জয়।
যুধিষ্ঠিৰে বাইলা শঙ্খ অনন্তবিজয় ॥
পৌণ্ড্ৰক শঙ্খক বৃকোদৰে কৈলা ধ্বনি।
নকুলে বজাইলা শঙ্খ যাৰ নাম মণি ॥ ২১৩৫৪
পুষ্পক শঙ্খক সহদেৱে বজাইলন্ত।
সাত্যকি বজাইলা শঙ্খ শবদ অত্যন্ত ॥

আনো ৰাজাগণে গাৱে গাৱে বজাইলেক।
স্বৰ্গ মৰ্ত্ত্য পাতাল শবদে পূৰিলেক ॥ ২১৩৫৫
পাচে দুয়ো দলে কাংস পৰি জীণ গৈলা।
শুনা আতপৰে ৰাজা যেন কথা ভৈলা ॥
মহাভাৰতৰ যুদ্ধ চাহিবাক মনে।
গগন জুৰিয়া ৰহিলেক দেৱগণে ॥ ২১৩৫৬
শচী সমে পুৰন্দৰ ঐৰাৱতে চড়ি।
জয়ন্ত কুমাৰ সমে বৈদ্য ধন্বন্তৰি ॥
ৰবি শশী বৈশ্বানৰ সপ্তমণিপতি।
নৈঋতি বৰুণ বায়ু আৰু ধনপতি ॥ ২১৩৫৭
অষ্টবসু বিভাবসু অশ্বিনীকুমাৰে।
অপেস্বৰা গন্ধৰ্ব্ব কিন্নৰ উপসাৰে ॥
নক্ষত্ৰে মঙ্গল কুজ শুক্ৰ বৃহস্পতি।
শনৈশ্চৰ সপ্তঋষি আস্তিক অগস্তি ॥ ২১৩৫৮
বৃষপৰ্ব্বা বৈকুণ্ঠ বামন পৰাশৰ।
শুনন্ত জৈমিনী কণ্ব কপিলকুমাৰ ॥
ভাৰ্গাৰি ভাৰ্গৱ ভৃগু অসিত গৌতম।
মধুচন্দ্ৰ বিশ্বামিত্ৰ কাক নৰোত্তম ॥ ২১৩৫৯
বীতিহোত্ৰ বেদনিধি অগ্নিদত্ত যদি।
মাৰ্কণ্ডেয় মাৰ্কণ্ড উতঙ্গ পশুপতি ॥
বৃষকেতু বৈশম্পায়ন ৰাম সনাতন।
উৰ্ব্ব উমানন্দ গৰ্গ সাঙ্খ্য কাত্যায়ন ॥ ২১৩৬০
পশুৰাম বশিষ্ঠ অৰুণি অথৰ্ব্বন।
পৈল্য মধুকৈল বামদেৱ যে চ্যৱন ॥
সম্বৰ্ত্তক বিভাণ্ডক বীৰভদ্ৰ ভানু।
বিহঙ্গম কৰ্দ্দম কুলাক কুসা অম্বু ॥ ২১৩৬১
বনপাল পিপ্পল নমুচি ভৰদ্বাজ।
ঔপনস অঙ্গিৰা শতক্ৰতু কপিৰাজ ॥
সৌভৰি সৌনক শুক সুনন্দ নন্দন।
ধৌম্য যে দেৱল ব্ৰহ্মদত্ত সুৰিদন ॥ ২১৩৬২
এসম্বাক মুখ্য কৰি ঋষি অসংখ্যাত।
মহাভাৰতৰ যুদ্ধ দেখিবে সাক্ষাত ॥
দেৱ ঋষি ৰাজ ঋষি ব্ৰহ্ম ঋষিগণ।
সিদ্ধ মুনি বিদ্যাধৰ গন্ধৰ্ব্ব চাৰণ ॥ ২১৩৬৩

দেৱগণে আনন্দে কুসুম বৰিষয় ।"
বেদধ্বনি কৰি ঋষিগণে আসংশয় ॥
শীতল মলয়া বায়ু বহে ধীৰে ধীৰে ।
আসিলা সুৰভি গন্ধ বৰিষে শিশিৰে ॥ ২১৩৬৪
ৰণভূমি পৰ্য্যটি স্বৰ্গত আৰোহিলা ।
মহাভাৰতৰ যুদ্ধ আৰম্ভ কৰিলা ॥
গোবিন্দে বোলন্ত অৰ্জ্জুনৰ মুখ চাই ।
ভীষ্ম সমে আইলা কৌৰৱৰ শত ভাই ॥ ২১৩৬৫
পাণ্ডৱৰ বীৰ সমে মিলিল সমৰ ।
মুণ্ড তুলি চাহিয়োক পাণ্ডুৰ কুমাৰ ॥
কৃষ্ণৰ বচনে বীৰবৰ সব্যসাচী ।
নেত্ৰ ভৰি চাইল বীৰগণ বাছি বাছি ॥ ২১৩৬৬
অপাৰ সাগৰ সেনা কুৰু পাণ্ডৱৰ ।
দেখন্তে কম্পয় অৰ্জ্জুনৰ কলেৱৰ ॥
প্ৰণামো মাধৱ তযু অভয় চৰণে ।
কোন কোন বীৰ আসিয়াছে এহি ৰণে ॥ ২১৩৬৭
সবাহাক্কে দেখো এতিক্ষণে নেত্ৰ ভৰি ।
আৰো খানিতেক ৰথ আগবাঢ়া হৰি ॥
দুয়ো সেনা মাজত ৰাখিলা ৰথখান ।
প্ৰথমতে ভীষ্মক দেখিলা বিদ্যমান ॥ ২১৩৬৮
গুৰু দ্ৰোণ অশ্বত্থামা ৰাজা দুৰ্য্যোধন ।
ঊনশত ভাই সমে পাইলা দৰশন ॥
সম্বন্ধী বান্ধৱ যত শ্বশুৰ মাতুল ।
আন কেহো নাই সবে জ্ঞাতি মিত্ৰকুল ॥ ২১৩৬৯
তাক দেখি অৰ্জ্জুনৰ লোম শিহৰিলা ।
সবল বৃক্ষত যেন নিৰ্ঘাত পৰিলা ॥
সৰ্ব্বগাৰ ঘামিলেক কাম্পে আতিশয় ।
কৃষ্ণক সম্বোধি মাতিলন্ত ধনঞ্জয় ॥ ২১৩৭০
ভীষ্ম পিতামহ গুৰু গৌৰৱত দ্ৰোণ ।
শতভাই সোদৰ নৃপতি দুৰ্য্যোধন ॥
আনো সব যতেক নৃপতি আছে আসি ।
এবিলেক পিতামুহ ৰাজ্য অভিলাষি ॥ ২১৩৭১
তাসম্বাৰ [illegible] কৰো মন ।
শুনি মোৰ [illegible] ॥

সমূলি ভীষ্মৰ জানো কিছু দোষ নাই ।
তাঙ্ক কেনে বধিবো যুদ্ধত ছল পাই ॥ ২১৩৭২
দ্ৰোণ মোৰ গুৰু দুৰ্য্যোধন সহোদৰ ।
এসম্বাক সমৰ নকৰো দামোদৰ ॥
আৰু শুনি আছো মই ধৰ্ম্ম যে পুৰাণ ।
গোত্ৰ হত্যা জ্ঞাতি বধে নকৰো পয়াণ ॥ ২১৩৭৩
যুদ্ধ হিংসা ক্ষত্ৰিয়ৰ কোনে বোলে ভাল ।
এসম্বাক মাৰি মই জীৱো কতকাল ॥
যিবা ৰাজ্যভাৰ সিটো চিৰকাল নোহে ।
ভাল মন্দ সংসাৰত ক্ষণমাত্ৰ ৰহে ॥ ২১৩৭৪
যুদ্ধত মাৰিবো যত ক্ষত্ৰিয় কুমাৰ ।
বিধৱা হৈবেক নাৰীগণ তাসম্বাৰ ॥
উপপতি ভজি পাপ আচৰিবে বৰ ।
পুত্ৰ উপজিলে হৈবে বৰ্ণত সঙ্কৰ ॥ ২১৩৭৫
লুপ্ত পিণ্ড ভৈলে পিতৃগণ হৈবে ভ্ৰষ্ট ।
ইয়ো মতে আমাৰ সকলে ধৰ্ম্ম নষ্ট ॥
এহি জানি যুদ্ধত ভৈলোহো নিবৰ্ত্তন ।
পাঞ্চ ভাই জীৱিকা কৰিবো ভিক্ষাতন ॥২১৩৭৬
তথাপি আমাৰ সমৰত নাহি কাজ ।
আজ্ঞা কৰিয়োক প্ৰভু যাওঁ বনমাজ ॥
ঘনে ঘনে শৰীৰৰ লোম শিহৰিলা ।
হাতৰ গাণ্ডীৱ ধনু খসিয়া পৰিলা ॥ ২১৩৭৭
মাধৱে বোলন্ত কিনো ভৈল অথান্তৰ ।
অৰ্জ্জুনক সম্বোধি মাতিলা দামোদৰ ॥
সুবুজিলা সখি তুমি আমাৰ নিৰ্ণয় ।
মিছা কাজে পণ্ডিত বোলাহা ধনঞ্জয় ॥ ২১৩৭৮
কৰ্ম্ম নকৰিলে শুদ্ধ নোহে কলেৱৰ ।
যুদ্ধেসে প্ৰধান কৰ্ম্ম জানা ক্ষত্ৰিয়ৰ ॥
ইহলোকে জয় পৰলোকে মোক্ষফল ।
যুদ্ধ বিনে ক্ষত্ৰিয়ৰ জীৱন বিফল ॥ ২১৩৭৯
কৰ্ম্মবশে যুদ্ধযজ্ঞ মিলিছে তোমাৰ ।
বিশেষত [illegible] আমাৰ ॥
সাঙ্খ্যযোগ আচৰি পৰম গতি পাৱ ।
ক্ষত্ৰিয়ৰ যুদ্ধ বিনে আন গতি নাই ॥ ২১৩৮০

ভক্তিসে প্ৰধান যাৰ ভকত জনৰ।
যুদ্ধ বিনে নাহি গতি জানা ক্ষত্ৰিয়ৰ ॥
সন্ন্যাসীৰ গতি ব্ৰহ্মলোকে অৱধান।
যুদ্ধযজ্ঞ বিনে ক্ষত্ৰিয়ৰ নাহি আন ॥ ২১৩৮১
জ্ঞানীসকলৰ জ্ঞান মোক্ষ সমুদায়।
জ্ঞানীয়ো মুহিকা তুমি সমৰ বিনাই ॥
যোগবলে যোগৰ অভ্যাস পৰিহৰি।
তোমাৰ শ্ৰেয়স নাহি সমৰক সৰি ॥ ২১৩৮২
সত্যগুণে দেৱৰ অসত্য কিছু নাই।
তোমাৰ শ্ৰেয়স যুদ্ধযজ্ঞ বিনে নাই ॥
আসুৰি স্বভাৱ যাৰ নৰকৰ দ্বাৰ।
যুদ্ধ কৰি সাধা গতি জন্ম নাহি আৰ ॥ ২১৩৮৩
পুৰুষৰ তেজ বল শকতি যাৱতে।
তাৱতে সাধিবে গতি নিজ স্বভাৱতে ॥
প্ৰকৃতি অচ্যুত হুয়া মোহে আলজাল।
যুদ্ধ বিনে তোমাক নোবোলে কেৱে ভাল ॥ '৮৪
ঈশ্বৰৰ বিভূতি বিভৱ মানে আন।
তাক কহো শুনা বীৰ কুন্তীৰ সন্তান ॥
মোত বিনে জগতত আন বস্তু নাই।
মই ঈশ্বৰৰ যে কালৰূপী সমুদায় ॥ ২১৩৮৫
দেৱত উত্তম মই জানা বৃহস্পতি।
বেদতো উত্তম মোক বোলয় গায়ত্ৰী ॥
তীৰ্থতো অধিক গঙ্গা নদী মধ্যে সাৰ।
মৃগ মধ্যে কেশৰী কপিল অৱতাৰ ॥ ২১৩৮৬
গ্ৰহমধ্যে শনৈশ্চৰ হস্তী ঐৰাৱত।
ঘোটকৰ উচ্চৈশ্ৰৱা বৃক্ষৰ অশ্বত্থ ॥
দেৱঋষি নাৰদ গন্ধৰ্ব্ব চিত্ৰসেন।
পক্ষীমধ্যে গৰুড় উৰ্ব্বশী নাৰী যেন ॥ ২১৩৮৭
ৰঘুবংশে অৱতাৰ জানিবাহা মই।
পাণ্ডৱৰ মধ্যত তুমিসে ধনঞ্জয় ॥
মোৰেসে বিভূতি যত দেখা নিৰন্তৰ।
কালৰূপে মই শেষবাৰে দণ্ডধৰ ॥ ২১৩৮৮
যুদ্ধকো নোৱাৰো বুলি কৰস কাতৰ।
মইসে হৰিলো আয়ু সবে কৌৰৱৰ ॥
তুমি নমাৰন্তে মই মাৰিলোহো আগে।
এসম্বাক প্ৰতি ভয় তোমাৰ নলাগে ॥ ২১৩৮৯

অৰ্জ্জুনৰ বিশ্বৰূপ দৰ্শন

নিজ ধৰ্ম্ম ৰাখি সমৰক কৰা মন।
অৰ্জ্জুনে বোলন্ত প্ৰভু শুনা নাৰায়ণ ॥
যেনমতে কৌৰৱক বধিবো সাম্প্ৰত।
সেহি ৰূপ দেখায়োক মোহোৰ আগত ॥ ২১৩৯০
মাধৱে বোলন্ত সখি হোৱা সাৱধান।
বিশ্বৰূপ তোমাত দেখাওঁ বিদ্যমান ॥
চক্ষু মুদি ৰহিয়োক জ্ঞান দৃষ্টি চাই।
মাংস চক্ষু চাহিবে তোমাৰ শক্য নাই ॥ ২১৩৯১
আখি মুদি ৰহিলা অৰ্জ্জুন বীৰবৰ।
বিশ্বৰূপ দৰশিলা পৰম ঈশ্বৰ ॥
ব্ৰহ্মলোকে কিৰীটি পাতালে ভৰিতল।
কুক্ষি ভৈলা সমুদ্ৰ বেতস ভৈল জল ॥ ২১৩৯২
পৰ্ব্বতসকলে অস্থি নখ শিলাচয়।
বৃক্ষসবে ৰোম দেখিলেক ধনঞ্জয় ॥
কোটি কোটি ব্ৰহ্মাণ্ডৰ প্ৰজাপতি যত।
আয়াযাত কৰে সবে লোমৰ গোবত ॥ ২১৩৯৩
কতো আসে কতো যায় নাই পৰিশেষ।
দেখি ভয়ে অৰ্জ্জুনৰ শিহৰিল মন ॥
কৰাল দশন জিহ্বা মেলিয়া আছয়।
বৰ বৰ দিগ্‌গজ দশনে লাগিছয় ॥ ২১৩৯৪
ভীষ্ম আদি কৰি মুখ্য মুখ্য বীৰগণে।
মৰি মৰি আছে সবে কৰাল দশনে ॥
বিশাল দশন শিৰ বাহু অসংখ্যাত।
দেখি ভয়ে অৰ্জ্জুনৰ কাম্পে ভৰিহাত ॥ ২১৩৯৫
ঊনশত ভাই সমে ৰাজা দুৰ্য্যোধন।
মৰা যেন পৰি আছে নাহিকে চেতন ॥
ৰথে সমে আপোনাক দেখে ধনঞ্জয়।
মনে মনে গুণে হুয়া পৰম বিস্ময় ॥ ২১৩৯৬
কিবা সপোনত আছো কিবা সচিতত।
মৌন ভৈলা অৰ্জ্জুন গাৱত নাহি তত ॥

কতোবেলি আসি পাচে থিৰ কৰি মন ।
কৃষ্ণক সম্বোধি পাচে বুলিলা বচন ॥ ২১৩৯৭
কৈত আছা প্ৰভু মোক দিয়োঁ দৰিশন ।
নিচিনো তুমিবা কোন মই কোন জন ॥
কৈত আছো কিসক আসিলো ইথানক ।
মোত এত বৰ প্ৰভু কৰিলা কিসক ॥ ২১৩৯৮
বহুশিৰ বহুপদ বাহু অসংখ্যাত ।
চৌধ্যয় ভুবন দেখো আছয় তোমাত ॥
জানিলো নিশ্চয় তুমি নুহিকে মানুষ ।
জগতৰে আত্মা যিটো পৰম পুৰুষ ॥ ২১৩৯৯
নোৱাৰো চাহিতে প্ৰভু চক্ষু যাই ফুটি ।
তোমাতেসে প্ৰকাশে ব্ৰহ্মাণ্ড কোটি কোটি ॥
সসাগৰা মহী মেৰু মন্দৰ পৰ্য্যন্তে ।
তৰু লতা তৃণ বন দেখিলো সমস্তে ॥ ২১৪০০
নোৱাৰো বুজিবে প্ৰভু তোমাৰ মহিমা ।
দেখিলো যতেক ৰূপ বৰ্ণাই নপাওঁ সীমা ॥
এবে মোক ক্ষমা কৰা দেৱ নাৰায়ণ ।
নিজ ৰূপে দেখা দিয়া পশিলো শৰণ ॥ ২১৪০১
অৰ্জ্জুনৰ কাতৰ শুনিয়া দামোদৰ ।
গুচিল সমস্তে কৃষ্ণ ভৈল একেশ্বৰ ॥
চতুৰ্ভুজ বনমালা কিৰীটি কুণ্ডল ।
বলয়া কঙ্কণ হাৰ উৰ্ঝটি উজ্জ্বল ॥ ২১৪০২
গাৱে পীত পচৰা বিজুলী সম জ্বলে ।
কোটি আদিত্যতোধিক প্ৰকাশয় বলে ॥
অৰ্জ্জুনে বোলন্ত প্ৰভু নোৱাৰো চাহিতে ।
যিৰূপে আছিলো তুমি আমি এক ৰথে ॥ ২১৪০৩
সেহিৰূপ ধৰা প্ৰভু নেত্ৰ ভৰি চাওঁ ।
এহি বুলি মৌন ভৈলা মধ্যম পাণ্ডৱ ॥
এৰিলন্ত দিব্য ৰূপ গুচিল প্ৰতাপ ।
অৰ্জ্জুনৰ মনৰ খণ্ডাইলা সবে তাপ ॥ ২১৪০৪

শ্ৰীকৃষ্ণৰ উপদেশ

শুনা প্ৰাণ ৰাখি তুমি উঠা সমৰক ।
বৈৰৰ সম্মুখে ভয় কৰাহা কিসক ॥
পিতামহ বুলি যাক মানিয়া মনত ।
তেহো ভীষ্ম তোমাক সম্মুখ সমৰত ॥ ২১৪০৫
দ্ৰোণক গৌৰৱ কৰি মানি আছা মনে ।
ধনু ধৰি যুদ্ধক সম্মুখ গুৰুদ্ৰোণে ॥
বোলা দুৰ্য্যোধন মোৰ সহোদৰ ভাই ।
তেহো আসি ভৈলা দেখা ভীষ্মৰ সহায় ॥ ২১৪০৬
আনো সব সম্বন্ধী বান্ধৱগণ মানে ।
যুদ্ধক হৰিষে ৰহি আছে থানে থানে ॥
হেন জানি সত্বৰে যুদ্ধক উঠা সখি ।
হাসিবেক কৌৰৱে তোমাৰ কাৰ্য্য দেখি ॥ '৪০৭
কৃষ্ণৰ বচনে বীৰবৰ ধনঞ্জয় ।
যুদ্ধক উদ্যম ভৈলা এৰি লাজ ভয় ॥
ধনু ধৰি মুণ্ড তুলি সবাকে চাহিলা ।
সাতোআগে সম্মুখত ভীষ্মক দেখিলা ॥ ২১৪০৮
ইদানিক কৰি জ্বলে ভীষ্মৰ বদন ।
কৃষ্ণ অৰ্জ্জুনক চাহি মাতে ঘনে ঘন ॥
ভীষ্ম নিগদতি প্ৰভু প্ৰণামো চৰণে ।
নেৰিবাহা নাথ মোক জীৱন মৰণে ॥ ২১৪০৯
ক্ষেত্ৰি জাতি নিদাৰুণ কঠিন হৃদয় ।
মোৰ লগে সমৰ কৰিবা ধনঞ্জয় ॥
সিবেলাত মোহোৰ শৰৰ ঘাৰ পাই ।
মোৰ দোষ নধৰি ক্ষেমিবা যদুৰায় ॥ ২১৪১০
এহি বুলি ভীষ্ম লৈলা একপাট শৰ ।
প্ৰকাশ কৰয় যেন উদয় ভাস্কৰ ॥
অৰ্জ্জুনক দেখাই ত্বৰিতে এৰি দিল ।
কৃষ্ণৰ চৰণে শৰে প্ৰণাম কৰিল ॥ ২১৪১১
প্ৰদক্ষিণে নমিলন্ত দুনাই দুনাই ।
উলটি তূণৰ শৰ পশিলেক যাই ॥
দেখি অৰ্জ্জুনৰ বৰ হৰিষ মনত ।
এক শৰ ধৰি বীৰে জুৰিলা গুণত ॥ ২১৪১২
হুইবেক দাৰুণ যুদ্ধ তোমাৰ আমাৰ ।
প্ৰথমতে মই হেৰা কৰো নমস্কাৰ ॥
এহি বুলি তূণহন্তে লৈলা দুই বাণ ।
ভীষ্মৰ চৰণ আগে কৰিলা সন্ধান ॥ ২১৪১৩

দুই চৰণৰ আগে পৰি দুই শৰ।
সত্বৰে পশিল যাই তুণে অৰ্জ্জুনৰ ॥
আৰু শৰে পাতালপুৰত প্ৰবেশিলা।
জলে স্নানি আকাশত মণ্ডলী কৰিলা ॥ ২১৪১৪
পুনৰ্ব্বাৰ প্ৰবেশিলা অৰ্জ্জুনৰ তুণে।
সাধু সাধু প্ৰশংসা কৰিলা ভীষ্ম-দ্ৰোণে ॥
আৰু পৰে কৰিলন্ত গুৰু নমস্কাৰ।
ইষ্টদেৱ কৃষ্ণক নমিলা বাৰম্বাৰ ॥ ২১৪১৫
ব্ৰাহ্মণ ক্ষত্ৰিয় বৃদ্ধ বৃদ্ধ বীৰগণ।
চাৰি বাৰে সবাহাকে কৰিলা সম্মান ॥
পাচে কুৰুসৈন্যৰ উপৰে ফুৰি ফুৰি।
অৰ্জ্জুনৰ তুণত পশিলা শীঘ্ৰ কৰি ॥ ২১৪১৬
এতহন্তে অস্তগত ৰবি অপ্ৰমাণু।
দুয়ো সেনা মাজত ৰাখিলা ৰথখান ॥
গোবিন্দে বোলন্ত গাঙ্গেয়ৰ মুখ চাই।
শুনা মোৰ বচন মহন্ত আজুৱাই ॥ ২১৪১৭
মহাভাৰতৰ যুদ্ধ ভৈলা আৰম্ভণ।
যুদ্ধযজ্ঞ ক্ষত্ৰিয়ৰ বাঞ্ছিত মৰণ ॥
ৰাত্ৰি অৱসানে সবে হৈবা একথান।
তুমি সবে অৰ্জ্জুনৰ সমৰ প্ৰধান ॥ ২১৪১৮
ভীষ্ম বোলে সাৰ্থক বুলিলা নাৰায়ণ।
যুদ্ধ বিনে ক্ষত্ৰিয়ৰ নিষ্ফল জীৱন ॥
প্ৰভাতৰেপৰা যুদ্ধ প্ৰবৰ্ত্তাইবা হৰি।
বঞ্চিয়ো ৰজনী সবে যায়ো ঘৰাঘৰি ॥ ২১৪১৯
অৰ্জ্জুনে বোলন্ত মোৰ এহি অভিমত।
ৰজনী প্ৰভাতে যুদ্ধ জয়তি ভাৰত ॥
দেখাদেখি হুয়া সবে যায়ো ঘৰাঘৰি।
প্ৰথম দিনাৰ যুদ্ধ সমাপত কৰি ॥ ২১৪২০
জয় নমো নাৰায়ণ দৈৱকী নন্দন।
ব্ৰহ্মা হৰে সেৱে যাৰ অৰুণ চৰণ ॥
ভূমিভাৰ হৰিতে মনুষ্য অৱতাৰ।
সন্তক পালিবা দুষ্ট কৰিবা সংহাৰ ॥ ২১৪২১
শুনা সভাসদ পদ মহাভাৰতৰ।
প্ৰথম দিনৰ যুদ্ধ ভীষ্ম অৰ্জ্জুনৰ ॥
শ্ৰৱণে মুকুতি পদ পাপ বিমোচন।
যমপুৰে বঞ্চি কৰা বৈকুণ্ঠে গমন ॥ ২১৪২২
নাহিকে কলিত গতি বিনে ৰাম নাম।
অভীষ্ট পূৰণ হোক বোলা ৰাম ৰাম ॥

---

দ্বিতীয় দিনৰ যুদ্ধলৈ প্ৰস্তুত

দুলড়ী

ঋষিয়ে বোলন্ত শুনা জন্মেজয়
দ্বিতীয় দিনৰ কথা।
প্ৰভাত সময় গঙ্গাৰ তনয়
ৰাজাক বোলন্ত তথা ॥
আজি অৰ্জ্জুনৰ দাৰুণ সমৰ
নিবাৰিবে কোন জনে।
প্ৰথমতে ৰণ দিবে কোনজন
বিচাৰি নপাওঁ মনে ॥ ২১৪২৩
দুৰ্য্যোধন ৰায় আগবাঢ়ি যায়
ভীষ্মত বিনাৰে কাজ।
সংশপ্তকগণ সমৰে দাৰুণ
তোমাসাত কিবা বাজ ॥
কৃষ্ণৰ সদৃশ বলে আসৰিশ
সমৰত বীৰ কৰ্ম্মা।
তাসম্বাৰ লগে হুয়া অধিপতি
যুজিবে বীৰ সুশৰ্ম্মা ॥ ২১৪২৪
হেন কথা শুনি লৰিলা সুশৰ্ম্মা
সংশপ্তক সেনা লই।
ভীষ্মক উপেক্ষি সমৰ ভূমিত
প্ৰবেশ ভৈলন্ত গই ॥
পাচত লৰিলা ৰাজা দুৰ্য্যোধন
ভীষ্মক আগত কৰি।
ধৰ্ম্ম নৃপতিক আগ কৰি যান্ত
ধনঞ্জয় দেৱ হৰি ॥ ২১৪২৫
বীৰ ঢাক ঢোলে সৈন্যৰ আন্দোলে
দলদোপ বসুমতী।

ৰথ ঘৰিষণে ঘোৰাৰ হ্রেসনি
পদাতি কৰয় গতি ॥
চিহৰে দন্তালে ঘণ্টাৰ আস্ফালে
ধনুকীৰ ঘটমটি ।
বীৰসব সাজে সৈন্য আগে পাচে
মালসবে কৰি পটি ॥ ২১৪২৬
কৰে ধৰাধৰি লৰবা লৰ্বৰি
ডাকে ৰহ ৰহ বুলি ।
সুমঙ্গলী নাৰী হুয়া শাৰী শাৰী
সঘনে পাৰে উৰুলি ॥
এহিমতে যাই ৰণভূমি পাই
ৰহিলা পাণ্ডৱগণে ।
সেহি সময়ত সংশপ্তকগণ
সমুখ ভৈলেক ৰণে ॥ ২১৪২৭
মেঘৰ গৰ্জ্জনে ৰথ ঘৰিষণে
চাপিলা সবে ওচৰ ।
যেন মেঘযুথে পৰ্ব্বতক বেঢ়ি
বৃষ্টি কৰে খৰতৰ ॥
কৃষ্ণ ধনঞ্জয় তথাতে আছয়
শৰে ছাইলা দিশপাশে ।
ৰবিৰ কিৰণ ঢাকি ঘনে ঘন
অৰ্জ্জুনক গিলি আসে ॥ ২১৪২৮
শৰে তমোময় দেখি ধনঞ্জয়
কৃষ্ণক বুলিলা বাণী ।
কৈৰৱ সেনাগণ কহ নাৰায়ণ
কোনে মিলাইলেক আনি ॥
দেখন্তে চমক নপাৰো বুজিতে
আৰে কোন ভিতি যাওঁ ।
ইসব সৈন্যক কোনে যুজিবেক
সুশুনো তাহাৰ নাও ॥ ২১৪২৯
এৰৈক বীৰৰ নাহি পটন্তৰ
প্ৰত্যেকে সবে মুনিষ ।
এসম্বাৰ শৰে চলো যমঘৰে
ৰাজ্যভাৰ কৰো কিস ॥

আউৰ কি ছুনাই লগে পাঞ্চভাই
গৃহত হৈবো প্ৰবেশ ।
এৰিলো সমৰ যাওঁ দেশান্তৰ
আজ্ঞা কৰা হৃষীকেশ ॥ ২১৪৩০
গোবিন্দে বোলয় শুনা ধনঞ্জয়
তোমাতে সবে জঞ্জাল ।
যুদ্ধক নোৱাৰো প্ৰজ্ঞামাত্ৰ কৰো
কে বোলে তোমাক ভাল ॥
চিত্ত দৃঢ় কৰা মোৰ বোল ধৰা
যুদ্ধক কৰা যতন ।
আন নাহিকয় জানিবা নিশ্চয়
সংশপ্তক সেনাগণ ॥ ২১৪৩১
দুৰ্য্যোধন যুজি নিলা কাৰ্য্য বুজি
তুমিও জানা তাহাক ।
সেহি সেনাগণ নুহি আন জন
ঝাণ্টে উঠা যুজিবাক ॥
কৃষ্ণৰ বচনে উঠিলা অৰ্জ্জুনে
গাণ্ডীৱত দিলা গুণ ।
এক শৰ ধৰি মন্ত্ৰক উচ্চৰি
ক্ষেপিলা বীৰ অৰ্জ্জুন ॥ ২১৪৩২
লৰন্তে গোটেক জোৰন্তে শতেক
যাহান্তে সহস্ৰ বাণ ।
পৰিবাৰ ঠাই লেখা জোখা নাই
ব্যাপিলেক থানে থান ॥
এৰৈক বীৰক প্ৰত্যেকে ৰাখিলা
অৰ্জ্জুনৰ শৰঘাৱে ।
চতুৰ্ভুজ সেনা হুয়া চেনা বেনা
শৰ দিলা গাৱে গাৱে ॥ ২১৪৩৩
বাৰিষা কালৰ প্ৰচণ্ড মেঘৰ
শবদ যেন বতাসে ।
কুহুৰি আন্ধাৰে নমনিয় আৰ
অৰ্জ্জুনৰ চতুষ্পাশে ॥
কৃষ্ণে ডাকে ৰথ খনো আকাশত
খনো পৃথিৱীক যাই ।

কতোহো দূৰত কতো ওচৰত
কতো দেখি ঠাই ঠাই ॥ ২১৪৩৪
তাসম্বাৰ শৰে সব কলেৱৰে
পীড়া কৰে অতিৰেক ।
হৰি পৰশনে যত ঘাৱ বিষ
গুচয় সবে প্ৰত্যেক ॥
অধিকে বাঢ়য় বীৰ ধনঞ্জয়
যেন কালান্তক যম ।
এৰ্কৈক অনেক বেঢ়ি শৰ কৰে
তথাপি নেৰে বিক্ৰম ॥ ২১৪৩৫
যুজন্তে মাগন্তে শৰ প্ৰহাৰন্তে
নমনিয় অৰ্জ্জুনক ।
বজ্ৰ সম মুঠি ধৰে উঠি উঠি
মাধৱে ডাকে ৰথক ॥
আপোনাৰ তেজ দিলা অৰ্জ্জুনক
এদিনাতোধিক কৰি ।
চমূ কৰি পথ সৈন্যৰ মধ্যত
ৰাখিলন্ত ৰথ হৰি ॥ ২১৪৩৬
অৰ্জ্জুনক চাই বোলে যদুৰায়
খানিকো জিৰায়ো সখি ।
দাৰুণ কটক সংশপ্ত দলক
হুয়া সবে দেখা দেখি ॥
কৃষ্ণৰ বচনে ৰহিলা অৰ্জ্জুনে
সৈন্যৰ ভিতিক চাই ।
এৰিয়া সৈন্যৰ সেনা সংশপ্তৰ
ৰহিলা সাক্ষাতে যাই ॥ ২১৪৩৭
সাধু ধনঞ্জয় সাধিলা বিজয়
একলে সবাকো ৰণে ।
কৃষ্ণক শুনাই বুলিলা ভুনাই
নাৰায়ণ সেনাগণে ॥
নমো দেৱহৰি নৰৰূপ ধৰি
হৰিবা ভূমিৰ ভাৰ ।
তোমাৰ চৰণে পশিলো শৰণে
হেৰা কৰো নমস্কাৰ ॥ ২১৪৩৮
মই মূঢ়মতি নজানো ভকতি
শাস্ত্ৰৰো শুদ্ধিকো পাত্ৰ ।
কেৱলে তোমাৰ চৰণ পঙ্কজে
প্ৰণাম কৰোহো মাত্ৰ ॥
দ্বিজ অনিৰুদ্ধ মতিত অবোধ
নলৈলো হৰিৰ নাম ।
সভাসদ লোক পাতেক ছাড়োক
ডাকি বোলা ৰাম ৰাম ॥ ২১৪৩৯

---

দ্বিতীয় দিনৰ যুদ্ধ

**পদ**

সঞ্জয়ত পুছে ধৃতৰাষ্ট্ৰ নৰেশ্বৰ ।
কহিয়ো প্ৰস্তুত কথা মহাভাৰতৰ ॥
কৌৰৱৰ বীৰগণে কি কৰিলা পাচে ।
এৰ্কৈক অনেক যুজে সবে চাই আছে ॥ ২১৪৪০
ৰাজাক সম্বোধি পাচে কহন্ত সঞ্জয় ।
সংশপ্তক সেনাক জিনিলা ধনঞ্জয় ॥
ৰথ ৰাখি ৰহিলা অৰ্জ্জুন দামোদৰ ।
ভীষ্মক সমুখ ভৈলা বীৰ বৃকোদৰ ॥ ২১৪৪১
যেনমতে মাতঙ্গক ধাইলেক কেশৰী ।
সৈন্যসব বিদাৰিলা এক ভিতি কৰি ॥
গুৰুতৰ গদা বীৰে উপৰক তুলি ।
ভীষ্মৰ ৰথত কোব দিলা হুহ বুলি ॥ ২১৪৪২
ভাঙ্গিলা যোৱালি ঘিলা শলকা ৰথৰ ।
জাম্প দিয়া ভূমিত নামিয়া বীৰবৰ ॥
গদাৰ কোবত ৰথ ভাঙ্গিলা ভীষ্মৰ ।
ৰথ ভঙ্গে ভূমিত নামিলা বীৰবৰ ॥ ২১৪৪৩
দুয়ো গদা ধৰিয়া যুদ্ধৰ ভৈল সম ।
যুগান্তকালৰ যেন দুয়ো ভৈলা যম ॥
যাক যিবা পান্ত দুইকো দুই ছিদ্ৰ চান্ত ।
একেলগে ফুৰে কতো লৰৰি পলান্ত ॥ ২১৪৪৪
দুয়ো গদা ফুৰাৱে শবদ গুমগুমি ।
দুইৰো পয়োভৰে ঘনে ঘনে কাম্পে ভূমি ॥

দুয়ো বীৰে প্ৰহাৰ কৰন্ত বৰ কোপে।
পীড়া পাই দুয়ো পৰি থাকে এক্কে জোপে ॥ ৪৫
প্ৰকৃতি পাই পাচে দুয়ো আথেবেথে উঠি।
দুইকো দুই পাচে বৈসাইলেক বজ্ৰমুঠি ॥
কৰকৰি দশন চোবাৱে দুয়োজনে।
মেঘৰ গৰ্জ্জন দুয়ো নাদে ঘনে ঘনে ॥ ২১৪৪৬
পাচে দুয়ো ৰথত চৰিলা সেহি ছেগে।
ধনু ধৰি শৰবৃষ্টি কৰিলন্ত বেগে ॥
কাটন ফুটন শপাইত শৰচয়।
ভীষ্মে প্ৰহাৰয় বৃকোদৰে সংহাৰয় ॥ ২১৪৪৭
ভীমৰ শৰক সংহাৰয় গঙ্গাসুতে।
পুনু পুনু প্ৰহাৰয় নিবাৰয় দ্ৰুতে ॥
বাৰিষা কালৰ যেন মহা বৰিষণ।
শৰে অন্ধকাৰ ভৈল নমনি গগন ॥ ২১৪৪৮
পাচে অৰ্দ্ধচন্দ্ৰ এক ধৰিলন্ত ডাটি।
ভীমৰ হাতৰ ধনু পেলাইলন্ত কাটি ॥
আন ধনু সাৰথি যোগাইলা শীঘ্ৰ কৰি।
দুনাই ভীমে প্ৰহাৰিলা বিংশতি সত্তৰি ॥২১৪৪৯
তথাপি নঘাতে দেখি কোপে বৃকোদৰ।
সাৰথিক দশ গোটা কৰিলন্ত শৰ ॥
ৰথৰ ঘোঁৰাক দিলা দশ দশ বাণ।
থমকিলা ঘোঁৰা জঙ্কাৰিয়া নাক কাণ ॥ ২১৪৫০
ভীষ্মৰ হৃদয় বিদাৰিলা দশ শৰে।
মহাপীড়া পায়া বীৰে উচ্চাস নকৰে ॥
ছিদ্ৰ পায়া ভীমসেনে কৰিলেক ছন।
ৰক্ষা কৰিবেক হেন নাহি একোজন ॥ ২১৪৫১
মৃগযূথ মধ্যে যেন প্ৰমত্ত কেশৰী।
গৰুড়ে সৰ্পক যেন গিলে ধৰি ধৰি ॥
সেহিমতে ভীমে কৌৰৱৰ সেনাগণ।
নিমিষেকো নলাগিল কৰিলেক ছন ॥ ২১৪৫২
সন্ধুক্ষণ হুয়া পাচে ভীষ্ম মহাবীৰ।
দেখন্ত সন্মুখে আছে ৰাজা যুধিষ্ঠিৰ ॥
ভীমক এৰিয়া নৃপতিক দিলা খাৰ।
কুৰি শৰ প্ৰহাৰিলা খৰ্জ্জৰ কুঠাৰ ॥ ২১৪৫৩

বাটতে কাটিলা তাক গাঙ্গেয়ৰ শৰে।
পুনু খেদি যায় নৃপতিৰ বৰাবৰে ॥
হেন দেখি ৰাজাৰ মনত ভয় বৰ।
সাৰথি বোলে ৰথ পালটা সত্বৰ ॥ ২১৪৫৪
ৰথ ডাকি সাৰথি নিলেক পলুৱাই।
পাচে পাচে ভীষ্ম ধৰিবাক খেদি যায় ॥
ৰহ ৰহ বুলিয়া খেদিয়া ভৰি ভৰি।
অৰ্জ্জুনক সম্বোধি মাতয় দেৱহৰি ॥ ২১৪৫৫
কিবা চাই আছা সখি ৰাজাৰ বিলাই।
ভীষ্মৰ হাতত ৰাখিবাক ঠাই নাই ॥
হেন বেলা নৃপতিক কৰা পৰিত্ৰাণ।
তুমি বিনে ৰাজাৰ উপায় নাহি আন ॥ ২১৪৫৬
হেন দেখি অৰ্জ্জুনৰ ক্ৰোধ জ্বলি গৈলা।
বাট ভেণ্টি ভীষ্মৰ ত্বৰিতে আগ ভৈলা ॥
যমদণ্ড সদৃশ হানিয়া কুৰি বাণ।
কুৰি গোটা ভল্লশৰ হানিলা দাৰুণ ॥ ২১৪৫৭
মৰ্ম্মস্থানে পৰিয়া বিদাৰি কলেৱৰ।
হেন দেখি মহাকোপে জ্বলিলা ভীষ্মৰ ॥
ভালেসে অৰ্জ্জুন তেৱে যুজ মোৰ কাজ।
দিলা কুৰি গোটা ভল্ল হৃদয়ৰ মাজ ॥ ২১৪৫৮
দুনাই শৰ জুৰিবাৰ নপাইলেক ওৰ।
অৰ্জ্জুনৰ ধনুৰ পেলাইলা কাটি জোৰ ॥
আথেবেথে ধনুত লগাইলা গুণখান।
ভীষ্ম শৰে পথতে কৰিলা খান খান ॥ ২১৪৫৯
সেহি ভল্লবাণে বীৰবৰ ধনঞ্জয়।
যমপুৰ দেখে যদি মাধৱ নোহয় ॥
ঢলিয়া পৰিলা বীৰ মাধৱৰ পাৰে।
আলিঙ্গি ধৰিলা হৰি মহাপ্ৰিয় ভাৱে ॥ ২১৪৬০
কেনে প্ৰাণসখি তুমি পাসৰিলা শোক।
সন্মুখে যুজয় ভীষ্ম তাক দেখিয়োক ॥
হেৰা খেদি পাইলে পৰা তোমাক আমাক।
ভীষ্ম লাগ পাইলে তুমি ৰাখিবাহা কাক ॥ ৬১
কেতিক্ষণে চেতন লভিলা ধনঞ্জয়।
কৃষ্ণক প্ৰণাম কৰি বোলন্ত বিনয় ॥

বাৰে বাৰে প্ৰভু মোক ৰাখিছা সঙ্কটে।
তুমু কৃপা বিনে মোৰ জীৱন নঘটে ॥ ২১৪৬২
মৰণক ভয়ে মই দঢ়াইলো নিশ্চয়।
কৈত আছে ভীষ্ম দেখায়োক কৃপাময় ॥
তাৰক্ষণে ৰথখান কৃষ্ণে দিলা মেলি।
ভীষ্ম অৰ্জ্জুনৰ এবে শুনা যুদ্ধ কেলি ॥ ২১৪৬৩
সঞ্জয় বোলন্ত ৰাজা শুনা সাৱধানে।
কুৰু-পাণ্ডৱৰ যত বীৰগণ মানে ॥
থানে থানে ৰৈলা দুইহান্তৰ ৰঙ্গ চাই।
সিবেলাৰ সমৰ কাহাকে কেৰে নাই ॥ ২১৪৬৪
কৃষ্ণ-ধনঞ্জয় ৰৈলা ৰথ চমু কৰি।
ভীষ্ম এবে এৰা কৰি ভৈল কুৰি ভৰি ॥
গোবিন্দ সাৰথি সমে বীৰ ধনঞ্জয়।
যেন ৰবি শশী লগে প্ৰকাশ কৰয় ॥ ২১৪৬৫
ত্ৰিভুৱন মোহন কৃষ্ণৰ ৰূপ দেখি।
ৰথ চমু কৰি বীৰে চাৱয় নিৰেখি ॥
ভীষ্ম কৃষ্ণ অৰ্জ্জুনৰ চক্ষু একে ঠাই।
চক্ৰাকাৰে ফুৰিবে লাগিলা ৰথ বাই ॥ ২১৪৬৬
খনো পৃথিৱীত খনো দেখি আকাশত।
কতো ওচৰত কতো দেখিবা দূৰত ॥
চিনিবে নোৱাৰি ৰথ ভীষ্ম অৰ্জ্জুনৰ।
কোনবা অৰ্জ্জুন ভীষ্ম কোন দামোদৰ॥ ২১৪৬৭
আটোপে হানয় শৰ দুইকো দুই চাই।
নপাৰে ওচৰ শৰ দশোদিশে যায় ॥
গোবিন্দ সাৰথি যাৰ জগত মঙ্গল।
বিপোহো বাঢ়িবে গৈলা অৰ্জ্জুনৰ বল ॥ ২১৪৬৮
মহাবীৰসবৰ সাৰথি চূড়ামণি।
জগতমঙ্গলে কৰিলন্ত শঙ্খ ধ্বনি ॥
ত্ৰিভুৱন বিজয় কৃষ্ণৰ শঙ্খনাদে।
আকাশে পূৰিলা দেৱে দুন্দুভি সম্বাদে॥ ২১৪৬৯
মাধৱে বোলন্ত সখি হৱা সাৱধান।
ওলটাই পাশক ৰাখিলা ৰথখান ॥
আসন্তে ভীষ্মক পাইলা বীৰ ধনঞ্জয়।
খুৰ শৰ প্ৰহাৰিলা ভীষ্মৰ হৃদয় ॥ ২১৪৭০

প্ৰহাৰক মনে ভীষ্ম উলটি চাহন্তে।
সম্মুখে ৰথক চপাই দিলা ভগৱন্তে ॥
অৰ্জ্জুন প্ৰহাৰ কৰে ছিদ্ৰক আকলি।
হেন দেখি ভীষ্ম মহাকোপে গৈলা জ্বলি ॥ '৭১
সাৰথিক বোলে অৱে কিবা আছা চাই।
অৰ্জ্জুনে সহিতে ৰথ কৰা একঠাই ॥
ডাকিলেক ৰথখান সাৰথি সুজ্ঞান।
ত্বৰিতে চপাইলা অৰ্জ্জুনৰ সন্নিধান॥ ২১৪৭২
সেহি বেগে ধনুত জুৰিলা এক শৰ।
প্ৰকাশ কৰয় যেন উদয় ভাস্কৰ ॥
যিটো শৰে পৰশুৰাম ভঙ্গ দিলা ৰণে।
সেহি শৰ ভীষ্ম আনি জুৰিলন্ত গুণে ॥ ২১৪৭৩
মাধৱে বোলন্ত সখি ভৈল সৰ্ব্বনাশ।
ভীষ্ম শৰজাল পাইল সেণ্ঠৰে নেৰাস ॥
হেন শুনি ধনঞ্জয় ভৈলা সাৱধান।
জুৰিলা ধনুতে আনি সৰ্পমুখ বাণ ॥ ২১৪৭৪
জ্বালায়ে ব্যাপিলা মহী গগনৰ বাট।
বিমানে দেৱতাগণ পলাই দিলা ফাট ॥
আৰো এক অৰ্দ্ধচন্দ্ৰ প্ৰহাৰিলা ডাটি।
খণ্ড খণ্ড কৰিয়া ভীষ্মৰ শৰ কাটি ॥ ২১৪৭৫
সৰ্পমানে বিষময়ে শৰ সৈন্য জুৰি।
বীৰগণ পলাইবে লাগিলা হুৰহুৰি ॥
দুৰ্য্যোধনে দেখে সৰ্ব্ব সেনাৰ জঞ্জাল।
ঊনশত ভাতৃ সমে ভৈলা এক থল ॥ ২১৪৭৬
ভগদত্ত ৰাজাক মাতয় কুৰুবীৰ।
সখি তুমি যুদ্ধক সম্বৰে হৱা থিৰ ॥
সেনাসবো উপজিলা অৰ্জ্জুনৰ শৰে।
ভীষ্ম সেনাপতি বৰ পীড়িত ভাগৰে ॥ ২১৪৭৭
শৰজালে সবাৰে গাৱত নাহি তত।
বাঢ়ি ৰণ কৰা প্ৰাণসখি ভগদত্ত ॥
হেন শুনি ভগদত্ত কামৰূপেশ্বৰ।
অৰ্জ্জুনক যুজিবে সাজিলা একেশ্বৰ ॥ ২১৪৭৮
হাজাৰ হস্তীৰ ৰথখান ভয়ঙ্কৰ।
একৈক হস্তীৰ গাৱে বল শতেকৰ ॥

ঐৰাৱত কুলে জাত হৃষ্টপুষ্ট কায়।
সিন্দুৰে কুঙ্কুমে মণ্ডি আছে ঠাই ঠাই ॥ ২১৪৭৯
প্ৰত্যেকৰ কপালত সোণাৰ দৰ্পণ।
সবাৰে লগত গজঘণ্টা ঠন ঠন ॥
শুণ্ডত লোহাৰ ভাঙ্গ শত শত ভাৰ।
সবাৰে গাৱত শুদ্ধ শলাকা লোহাৰ ॥ ২১৪৮০
হেন ৰথসব সাজে যুদ্ধৰ সম্ভৃত।
ত্বৰিতে লৰিলা দুৰ্য্যোধনৰ ইঙ্গিত ॥
অৰ্জ্জুনৰ শৰে সব সৈন্যৰ মৰণ।
হেনবেলা ভগদত্তে পুৰুজাইলা ৰণ ॥ ২১৪৮১
কৌৰৱৰ বীৰগণ লাগিলা উজাৰ।
উচল পাচল ভৈল পাণ্ডৱী সেনাৰ ॥
যুদ্ধ এৰি ধনঞ্জয় ৰৈলা সম্মুখত।
ইটো কোন জন আসে পুছন্ত কৃষ্ণত ॥ ২১৪৮২
মাধৱে বোলন্ত সখি বৰ অদভুত।
এহি ভগদত্ত ৰাজা নৰকৰ সুত ॥
দুৰ্য্যোধন নৃপতিৰ প্ৰাণসম সখি।
তোমাক যুজিবে আসে ভীষ্মক উপেক্ষি ॥ '৮৩
নতু যুদ্ধ কৰন্তে সৈন্যৰ বৃদ্ধি হত।
ভীষ্মত অধিক যুদ্ধ তোমাৰ লগত ॥
সৈন্য মাৰি আসন্ত তোমাক প্ৰতি ৰণে।
ৰাজাগণ লৈয়া যুদ্ধ কৰা ৰঙ্গমনে ॥ ২১৪৮৪
সঞ্জয় বোলন্ত শুনিয়োক মহাৰাজ।
পাচে ভগদত্তে যেন কৰিলন্ত কাজ ॥
পাণ্ডৱী দলত যেন প্ৰবেশিলা যম।
কোনে সহিবেক তাৰ ধনুৰ বিক্ৰম ॥ ২১৪৮৫
ভীমসেন নকুল নৃপতি যুধিষ্ঠিৰ।
সহদেৱ বিৰাট দ্ৰুপদ কাশীবীৰ ॥
সমৰক প্ৰতি একে লগে দিলা ধাৱ।
গাৱে গাৱে শৰবৃষ্টি কৰিলা অপাৰ ॥ ২১৪৮৬
সবাকো মাৰিলা শৰে নাথাকিলা কেৱ।
একমাত্ৰ ৰহিলা অৰ্জ্জুন বাসুদেৱ ॥
অৰ্জ্জুনক চাই কৃষ্ণে কহিলা বুজাই।
হেনমতে সখি আক জিনন উপায় ॥ ২১৪৮৭
শুনিয়ো সঙ্কেত কথা বীৰ ধনঞ্জয়।
ভ্ৰূৱে ঢাকি আছে যাৰ চৰণ দুতয় ॥
বৃহত শৰীৰ তাৰ চক্ষু লম্বোদৰ।
ভ্ৰূৱে ঢাকি অন্ধ কৰে চক্ষুৰ কোটৰ ॥ ২১৪৮৮
বস্ত্ৰে বান্ধি উপৰক তুলি ভ্ৰূৱ দুই।
যুদ্ধত সম্মুখে পৰে উৰ্দ্ধদৃষ্টি হুই ॥
যদি আক জিনিবা মোহোৰ বোল ধৰা।
অৰ্দ্ধচন্দ্ৰ শৰে কাটি বস্ত্ৰ দূৰ কৰা ॥ ২১৪৮৯
ভ্ৰূৱে ঢাকি চক্ষুক কৰোক অন্ধকাৰ।
অবিলম্বে জিনিবাহা নৰককুমাৰ ॥
কৃষ্ণৰ বচনে বীৰবৰ সব্যসাচী।
তুণ হস্তে অৰ্দ্ধচন্দ্ৰ শৰ লৈলা বাছি ॥ ২১৪৯০
সঙ্কেতে হানিলা মাধৱৰ আজ্ঞা পাই।
শৰে কাটি বসন পেলাইলা উৰুৱাই ॥
দুই চক্ষু ঢাকিলেক ওলমিল মুখ।
ছিদ্ৰ পাই অৰ্জ্জুনৰ উল্লসিল মুখ ॥ ২১৪৯১
অসংখ্যাত শৰে নৃপতিক দিলা জাক।
খুৰ শৰ হানি ছেদিলেক কাণ নাক ॥
বিষে জৰ্জ্জৰিত হুয়া নথাকিলা ৰই।
মণ্ডল আকাৰে ৰথ সহিতে ফুৰাই ॥ ২১৪৯২
গৰকি মাৰয় সবে সেনা পাণ্ডৱৰ।
হেন দেখি খেদি লাগ লৈলা বৃকোদৰ ॥
দশ যে হাজাৰ হস্তী ৰথ আৱৰণ।
ভীমৰ হাতত যেন কদলীৰ বন ॥ ২১৪৯৩
মৃগৰ মধ্যত যেন প্ৰমত্ত কেশৰী।
মাৰিবে লাগিলা হস্তী দৌলাদৌলি কৰি ॥
লাঞ্জে মুণ্ডে জপাই ধৰিলা দিগ্‌গজক।
সন্ধানে মাৰয় দলি তুলি উপৰক ॥ ২১৪৯৪
গদা কোবে কাহাৰো ভাঙ্গিলা শিৰখুলি।
এহিমতে হস্তীযূথ মাৰিলা সমুলি ॥
শোণিতৰ নদী বহে ৰণভূমি জুৰি।
কতো কতো সেনাগণ মৰে উটি বুৰি ॥ ২১৪৯৫
সান্তোৰন্তে ফুৰয় গাৱৰ নাহি থাৰি ॥
আছোক যুজিবে অস্ত্ৰ-শস্ত্ৰগণে হাৰি ॥

কধিৰে লিপিত গাৱ বস্ত্ৰ ভৈলা উদি।
যুদ্ধ এৰি বীৰসবে কৈলা চক্ষু মুদি ॥ ২১৪৯৬
যেহি ভিতি যান্ত বৃকোদৰ মহাবলী।
ৰাজা প্ৰজা বীৰগণ পেলাইলা নিদলি ॥
ৰথভঙ্গে দুৰ্য্যোধন পলাইলা লৰৰি।
চক্ষু মুদি ৰহিলা সৈন্যৰ মাজে পৰি ॥ ২১৪৯৭
ভগদত্ত ৰাজাক অৰ্জ্জুনে লাগ পাই।
ৰথহন্তে ভূমিত পেলাইলা বগৰাই ॥
পৰন্তে নৃপতি গৈয়া নপাইলেক মাটি।
অৰ্জ্জুনৰ শৰে চূড়ামণি নিলা কাটি। ২১৪৯৮
ৰথখান ফুৰে দেখি মণ্ডল আকাৰে।
ভীমসেনে উৰুৱাইলা গদাৰ প্ৰহাৰে ॥
বায়ুমণ্ডলৰ মাজে ভ্ৰমে ৰথখান।
অদ্যাপি দেখিয়ো ৰাজা নুহি অপ্ৰমাণ ॥ ২১৪৯৯
সিংহনাদ কৰি ভীমে তেজিলে আটাস।
কৌৰৱী সেনাৰ মাজে লাগিল তৰাস ॥
কতোহো পলাইলা কতো ৰৈলা ঠাই ঠাই।
কণে হাত দিয়া কতো বনত লুকাই ॥ ২১৫০০
ভগদত্ত ৰাজাক নেদেখি সমৰত।
কৌৰৱ ৰাজাৰ বৰ বিষাদ মনত ॥
সব সৈন্য পলাই যায় ভীমৰ ভয়তে।
দুৰ্য্যোধনে বিচাৰি ফুৰয় সমস্ততে ॥ ২১৫০১
সবেয়ো কহয় ভীমে ৰথ উৰুৱাইলা।
অৰ্জ্জুনৰ শৰে নৃপতিক বেলেগাইলা ॥
একো থানে বিচাৰি নপায়া দুৰ্য্যোধনে।
শোক মোহ হুয়া ৰাজা গুণে মনে মনে ॥ '৫০২
সঞ্জয়ত পুছে ধৃতৰাষ্ট্ৰ নৰেশ্বৰ।
পাচে কি কৰিলা দুৰ্য্যোধন বীৰবৰ ॥
ভগদত্ত অবিহনে দুৰ্য্যোধন ৰায়।
কিবা যুদ্ধ কৰে কিবা উলটি পলায় ॥ ২১৫০৩
সঞ্জয় বোলন্ত ৰাজা শুনা একমনে।
দ্ৰোণত শৰণ পশিলেক দুৰ্য্যোধনে ॥
ৰক্ষা কৰা গুৰু দ্ৰোণ সঙ্কটৰ বেলা।
আগবাঢ়ি যুজিয়োক নকৰিয়ো হেলা ॥ ২১৫০৪
ৰাজাৰ বচনে দ্ৰোণ উঠিলা যুদ্ধক।
তিনিগোটা শৰ প্ৰহাৰিলা অৰ্জ্জুনক ॥
এক শৰ অৰ্জ্জুনৰ হিয়াত পৰিলা।
পিঠি ভাগে পাচ হুয়া পাতালে পশিলা ॥ ২১৫০৫
দুই শৰে ললাটত বিন্ধিলা সন্ধানে।
থমকি ৰহিলা বীৰ খানিতেক মানে ॥
সন্ধুক্ষণ হুয়া পাচে বীৰ ধনঞ্জয়।
নৱ শৰে ভেদিলেক দ্ৰোণৰ হৃদয় ॥ ২১৫০৬
মূৰ্চ্ছাগত ভৈলা দ্ৰোণ ৰথৰ উপৰে।
দুনাই অৰ্জ্জুনক ভেদিলেক দশ শৰে ॥
দেখি ক্ৰোধে জ্বলিলেক বীৰ সব্যসাচী।
তূণ হন্তে কুৰিগোটা শৰ লৈলা বাছি ॥ ২১৫০৭
ধনুৰ গুণত জুৰি সন্ধানে হানিলা।
সশৰীৰে ফুটি শৰে বিস্ময় মানিলা ॥
হাউৰে অৰ্জ্জুন তোৰ গহ এতমান।
এহি বুলি হানিলেক এক শত বাণ ॥ ২১৫০৮
সৰ্পমুখ বিপাট নৰাচ বংশদন্ত।
ক্ষুৰ ভল্ল কণিয়ালি বিস্তৰ হানন্ত ॥
দ্ৰোণশৰে বিশ্ৰাম নুহিকে অৰ্জ্জুনৰ।
অৰ্জ্জুনৰ শৰে স্বস্থ নাহিকে দ্ৰোণৰ ॥ ২১৫০৯
কধিৰে লিপিত ভৈলা দুইৰো কলেবৰ।
ফুলিল পলাশ যেন বসন্ত কালৰ ॥
হেন দেখি অৰ্জ্জুনৰ নসহিলা তনু।
ক্ৰোধানলে জ্বলি গৈলা তুলি লৈলা ধনু ॥ ২১৫১০
ৰথধ্বজ সাৰথিক ভেদি এক শৰে।
ধেনুখান ছেদিলেক পাণ্ডুৰ কুমাৰে ॥
আৰো কুৰি শৰে হৃদয়ত পীড়া বৰ।
ৰণ এৰি গুৰু দ্ৰোণে দিলেক লৰৰ ॥ ২১৫১১
কৃষ্ণৰ ভাগিন অৰ্জ্জুনৰ প্ৰিয়সুত।
অভিমন্যু বিনাশিলা কটক বহুত ॥
লৰৰন্তে খেদি আসি বীৰ বৃকোদৰে।
ভীষ্মৰ ৰথক তুলি ধৰিলা উপৰে ॥ ২১৫১২
আচাৰি পেলাইলা কতোদূৰে বগৰাই।
জাম্প দিয়া ভীষ্ম আস্তৰিলা বেগ পাই ॥

আন ৰথ যোগাইলন্ত দুৰ্য্যোধন ৰায়।
তাহাত চৰিয়া ভীষ্ম লৰিলা হুনাই ॥ ২১৫১৩
অনন্তৰে ৰণভূমি সম্মুখে ভীষ্মৰ।
বিপ্ৰৰূপে কপটে আসিলা পুৰন্দৰ ॥
কপট ব্ৰাহ্মণে বোলে শুনা মহাশয়।
মহাভাৰতৰ যুদ্ধ কৃষ্ণৰ বিজয় ॥ ২১৫১৪
ধৰ্ম্মভূমি কুৰুক্ষেত্ৰে মহা পুণ্য থান।
মাগোহো তোমাত মোক দিয়ো মহাদান ॥
দিয়া মোক সত্বৰে কৰিয়ো অঙ্গীকাৰ।
হেন শুনি মাতিলন্ত গঙ্গাৰ কুমাৰ ॥ ২১৫১৫
বিশেষ ব্ৰাহ্মণ তুমি আইলা বৰ ভাগে।
খুজিয়োক সত্বৰে তোমাক যেহি লাগে ॥
অৰশ্যেকে দিবো তাক নাহিকে বিফল।
কপট ব্ৰাহ্মণে বোলে শুনা মহাবল ॥ ২১৫১৬
মোৰ মনোৰথ যথা হৈবেক নিশ্চয়।
জানিলো তোমাত পৰে দাতা নাহিকয় ॥
এবে মোৰ কামনা বাঞ্ছিত শুনিয়োক।
ধ্বজে সমে তূণৰ কবচ দিয়ো মোক ॥ ২১৫১৭
শুনি ভীষ্ম তাৰক্ষণে নকৰি ওজৰ।
দিলন্ত কবচখান ধ্বজ ময়ূৰৰ ॥
ধ্বজ লৈয়া বাসৱে বিমানে আৰোহিলা।
হতবল ভীষ্মৰ অৰ্জ্জুনে আকলিলা ॥ ২১৫১৮
গাণ্ডীৱত লগাই গুণ কৰিলা টঙ্কাৰ।
হৃদয় চমকি গৈলা কৌৰৱী সেনাৰ ॥
ভীষ্মৰ সম্মুখ ভৈলা পাণ্ডুৰ নন্দনে।
গগন ঢাকিয়া মাতিলন্ত দেৱগণে ॥ ২১৫১৯
হেন কৃষ্ণ ধনঞ্জয় নৰনাৰায়ণ।
আমাৰ লগৰ বসু গঙ্গাৰ নন্দন ॥
স্বৰূপত ভীষ্মৰ কেৱলে দোষ নাই।
অঘটন ঘটে হেন ঈশ্বৰ ইচ্ছাই ॥ ২১৫২০
দেৱতাৰ বচন শবদ জয় জয়।
যুদ্ধ এৰি উৰ্দ্ধক চাহিলা বীৰচয় ॥
গগন মণ্ডল ঢাকি আছে দেৱগণ।
সবাৰে মধ্যত অষ্টবসুৰ দৰিশন ॥ ২১৫২১

বসুগণে বোলন্ত ভীষ্মৰ মুখ চাই।
সত্বৰে আসিয়ো বিলম্বক সুযুৰাই ॥
বশিষ্ঠৰ বচন পালিয়া চিৰকাল।
আমাৰ পাশক সবে আসিয়ো সকাল ॥ ২১৫২২
মহাভাৰতৰ যুদ্ধ সাধিয়া বিজয়।
আমাৰ সঙ্গক প্ৰতি আসিয়ো নিশ্চয় ॥
এতেক বুলিয়া সবে দেৱতাসকলে।
প্ৰৱেশি থাকিলা সবে গগন মণ্ডলে ॥ ২১৫২৩
শুনি সবে বিস্ময় লভিলা বীৰগণ।
নিশ্চয় জানিলা বীৰে আপোন মৰণ ॥
প্ৰণাম কৰিল বীৰে কৃষ্ণৰ চৰণে।
হুনাই হুনাই প্ৰণামিলা মধুৰ বচনে ॥ ২১৫২৪
অৰ্জ্জুনেয়ো ভীষ্মক কৰিল নমস্কাৰ।
সাধু সাধু প্ৰশংসা কৰিল বাৰম্বাৰ ॥
এতহন্তে ৰবি আসি ভৈলা অস্তগত।
দ্বিতীয় দিনৰ যুদ্ধ কৰি সমাপত ॥ ২১৫২৫
সমৰ আপেক্ষি সব বীৰ নিৰন্তৰে।
মাতামাতি কৰি সবে প্ৰৱেশিলা ঘৰে ॥
শুনা সভাসদ পদ থিৰ কৰি মন।
হৰি ভজিবাক প্ৰতি কৰিয়ো যতন ॥ ২১৫২৬
হৰিসে হৰন্ত সংসাৰৰ যত ভয়।
হৰি বিনে হিত সিদ্ধি আনত নহয় ॥
হৰি বিনে যতেক দেৱতা আছে মানে।
নোৱাৰে কৰিবে সিদ্ধি তীৰ্থ ব্ৰত দানে ॥
কলিযুগে নাহি গতি বিনে হৰিনাম।
ভণে অনিৰুদ্ধে সবে বোলা ৰাম ৰাম ॥ ২১৫২৭

---

যুধিষ্ঠিৰাদিৰ মন্ত্ৰণা সৈন্যৰ লেখ

**দুলড়ী**

সত্বৰ গমনে যত বীৰগণে
পশিলা নিজ ওৰাৰি।
স্বকি স্বকি থানে বসিয়া আসনে
সম্ভাষয় শাৰী শাৰী ॥

ভীষ্মৰ আগত হুয়া অৱনত
বিনায়য় কুৰুপতি।
শুনা পিতামহ তোমাতেসে গহ
কৌৰৱৰ তুমি গতি ॥ ২১৫২৮
ভীষ্ম নিগদতি শুনা মহামতি
কিসক কৰা বিষাদ।
আমি বিদ্যমানে থাকিয়ো কল্যাণে
নাহিকে প্ৰভু প্ৰমাদ ॥
পাচে দুৰ্য্যোধন লৈয়া ভাতৃগণ
প্ৰৱেশিলা মন্দিৰত।
শুনা পাণ্ডৱৰ কথা নিৰন্তৰ
যি কৰিলা বীৰ যত ॥ ২১৫২৯
কৃষ্ণ ধনঞ্জয় তথাতে আছয়
বসিলা সমস্তে বীৰ।
ভীম সহদেৱ নকুল সহিত
আৰু গৈলা যুধিষ্ঠিৰ ॥
কৃষ্ণক নমিয়া কৃতাঞ্জলি হুয়া
বুলিলেক ধৰ্ম্মৰায়।
শুনা নাৰায়ণ মোৰ প্ৰয়োজন
যুদ্ধক নকৰো যাই ॥ ২১৫৩০
ৰাজ্যক আশঙ্কা জ্ঞাতি বন্ধু ৰক্ষা
সবে কৰি একফাল।
ফুৰো বনে বনে জীৱো ভিক্ষাকণে
আত কিছু নাই ভাল ॥
বৃথাসে জঞ্জাল জীৱো কতকাল
বান্ধৱগণ মৰাই।
চাৰ ৰাজ্যভাৰ সবে ছাৰখাৰ
আত কিছু কাৰ্য্য নাই ॥ ২১৫৩১
মাধৱ বদতি শুনা মহামতি
বুজিবা শাস্ত্ৰৰ মৰ্ম্ম।
বাঞ্ছিত কৰ্ম্মক যিজনে এৰয়
তাৰেসে বাঢ়ে অধৰ্ম্ম ॥
যাক বোলা ধৰ্ম্ম সেহিটো অধৰ্ম্ম
অধৰ্ম্মতে ধৰ্ম্ম আছে।
স্বধৰ্ম্ম বিনাশে নকৰা প্ৰকাশে
ধৰ্ম্ম কি কৰিব পাচে ॥ ২১৫৩২
ইসব ধৰ্ম্মক পূৰ্ব্বত এৰিয়া
যুদ্ধক ভৈলা প্ৰবন্ধ।
এবে যদি ৰণ এৰি যাবা বন
কৌৰৱে পাইবে আনন্দ ॥
বৈৰক আশঙ্কা নেদিবা নৃপতি
মোৰ বোল ধৰা মনে।
বিশেষত মই আৰু ধনঞ্জয়
সহায় আছোহো ৰণে ॥ ২১৫৩৩
কৃষ্ণৰ বচনে ধৰ্ম্মৰ নন্দনে
এৰিলা মনৰ দুখ।
মাথা তুলি চাহি ভীমক বোলন্ত
সত্বৰে হোৱা সন্মুখ ॥
কত বীৰগণ সৈন্যৰ মৰণ
জানি আসা বৃকোদৰ।
শুনি ভীমসেনে লৰিল তেখনে
চাইলা সবে বীৰবৰ ॥ ২১৫৩৪
অষ্টাদশ জন বীৰৰ মৰণ
দুতয় হাজাৰ ৰথ।
তিনি শত হস্তী লক্ষেক পদাতি
মাৰিলেক ভগদত্ত ॥
ভীষ্মৰ শৰত উলটি নাসিলা
ধনুকি পাঞ্চ হাজাৰ।
দ্ৰোণৰ শৰত গৈল পাঞ্চশত
পদাতিৰ পাটোৱাৰ ॥ ২১৫৩৫
ভীমে সেনা গণি ৰাজাত জনাইলা
ধৰ্ম্মৰ মনে অসুখ।
সমাজ বিসৰ্জ্জি পাচে যুধিষ্ঠিৰ
দুখৰ উপৰি দুখ ॥
গুণন্তে গান্থন্তে পৰামৰ্ষিলন্তে
ৰজনী প্ৰভাত ভৈলা।
ৰাজদুৱাৰত যোগনীয়া লোকে
বাজন বজাইবে লৈলা ॥ ২১৫৩৬

জয় জয় ধ্বনি কটকৰ ছানি
তম্বুলে বজাৱে ঢোল।
শঙ্খ সিংহনাদ ছুন্দুভি শবদ
লাগিল স্বৰ্গৰ কোল॥
স্নান দান কৰি ধনঞ্জয় হৰি
ৰাজাৰ পাশক গৈলা।
নকুল সহদেৱ বীৰ বৃকোদৰ
সবে একখান ভৈলা॥ ২১৫৩৭
নমো নাৰায়ণ বিঘিনি খণ্ডন
সুৰাসুৰে কৰে সেৱ।
তোমাৰ চৰণে পশিলো শৰণে
কৃপা কৰা বাসুদেৱ॥
শুনা নৰলোক মুকুতি মিলোক
ধৰিয়ো হৰিৰ নাম।
ভণে অনিৰুদ্ধ চিত্ত হৌক শুদ্ধ
ডাকি বোলা ৰাম ৰাম॥ ২১৫৩৮

---

তৃতীয় আৰু চতুৰ্থ দিনৰ যুদ্ধ

পদ

বৈশম্পায়ন বদতি শুনিয়ো মহাৰথ।
যেন যুদ্ধ ভৈলা পাচে তৃতীয় দিনত॥
প্ৰভাতে উঠিয়া পাচে নিত্যকৰ্ম্ম কৰি।
লৰিলা যুদ্ধক কেশৱক আগ কৰি॥ ২১৫৩৯
যেৱে যুধিষ্ঠিৰ ৰাজা যুদ্ধত মিলিলা।
ভীষ্ম সমে দুৰ্য্যোধন নৃপতি লৰিলা॥
একঠাই ভৈলা কুৰু-পাণ্ডৱী কটক।
ব্যাল্লিশ বাজনা বাজে উথলি স্বৰ্গক॥ ২১৫৪০
মহাৰথীগণে সবে হুয়া একসাজ।
ভীষ্মক আৱৰি অৰ্জ্জুনক দিলা বাজ॥
প্ৰথমতে ভীষ্ম সাজিলন্ত ব্যূহখান।
পদ্মসম ব্যূহখান কৰিলা নিৰ্ম্মাণ॥ ২১৫৪১
তাহাতে ৰহিলা দুৰ্য্যোধন মহীপাল।
তাহাৰ বাহিৰে চক্ৰব্যূহত বিশাল॥
তাহাত ৰহিলা দ্ৰোণ সসৈন্যে জণ্টাই।
তাতপৰে নাগব্যূহ অধিকে সুৱাই॥ ২১৫৪২
অশ্বত্থামা কৃপ কৃতবৰ্ম্মা অধিপতি।
থানে থানে মহাবীৰ ৰহিলা সম্প্ৰতি॥
অনন্তৰে পাতিলা পিশাচ ব্যূহখান।
দুঃশাসন দুষ্মহ দুৰ্ম্মুখ আগুৱান॥ ২১৫৪৩
বাহিৰত পাতিলা ৰাক্ষস ব্যূহখান।
প্ৰথমতে ভীষ্ম তাতে ভৈলা আগুৱান॥
আনো যত ৰাজাগণ সৈন্যসব লই।
ভীষ্ম সেনাপতিক আৱৰি ৰৈলা গই॥ ২১৫৪৪
এহিমতে কৌৰৱে পাতিল ব্যূহখান।
ধনঞ্জয় ব্যূহখান কৰিলা নিৰ্ম্মাণ॥
অৰ্দ্ধচন্দ্ৰ আকাৰে সমস্তে সৈন্য লই।
ৰক্ষা কৰি থাকিলা সমস্তে ধনঞ্জয়॥ ২১৫৪৫
ভীমসেন নকুল নৃপতি ধৰ্ম্মৰাজ।
সহদেৱ ৰক্ষা কৰি ফুৰে সামৰাজ॥
দুয়োদলে ব্যূহ পাতি সসৈন্যে জণ্টাই।
সম্মুখে মাতয় ভীষ্ম অৰ্জ্জুনক চাই॥ ২১৫৪৬
শুনা ধনঞ্জয় মোৰ বচন সম্প্ৰতি।
বৃথা কাজে মুনিষ বোলোৱা মহামতি॥
পাণ্ডৱৰ মধ্যত অৰ্জ্জুন বলৱন্ত।
হেনসে যশস্যা বঢ়াইলন্ত ভগৱন্ত॥ ২১৫৪৭
যেন যুৱাই হৌক আজি তোমাৰ আমাৰ।
এহি বুলি এক শৰ কৰিলা প্ৰহাৰ॥
হৃদয়ত পৰি পশিলেক হলহলি।
পীড়া পাই অৰ্জ্জুন ক্ৰোধত গৈলা জ্বলি॥ ২১৫৪৮
অলক্ষিতে এক শৰ হানিলা তেখনে।
পৰশিলা শৰে দুই ভীষ্মৰ চৰণে॥
মনে মনে দিয়া ধূপ দীপ উপহাৰ।
দুই শৰে চৰণ পূজিলা গাঙ্গেয়ৰ॥ ২১৫৪৯
ধনুখান ধৰি বীৰে কৰিলা টঙ্কাৰ।
একে লগে প্ৰহাৰিলা বত্ৰিশ হাজাৰ॥
জৰ্জ্জৰিত ভৈলা সৰ্ব্ব গাৱে বিষ জ্বলি।
ৰথৰ উপৰে বীৰ পৰিলেক ঢলি॥ ২১৫৫০

প্ৰকৃতি পাই মহাবীৰ পাচে গঙ্গাসুত।
অৰ্জ্জুনক দিলা শৰ অযুত নিযুত ॥
কৃষ্ণে সমে ফুটিল অনেক বীৰচয়।
দেখি মহাক্ৰোধে জ্বলি গৈলা ধনঞ্জয় ॥ ২১৫৫১
চাৰি শৰে চাৰি ঘোঁৰা মাৰিলা ৰথৰ।
আৰ শৰে সাৰথিক নিলা যমঘৰ ॥
ভীষ্মৰ হৃদয় ভেদিলেক কুৰি বাণে।
আন ৰথ সাৰথি যোগাইলা দুৰ্য্যোধনে ॥ ২১৫৫২
তাতে চৰি ভীষ্ম অৰ্জ্জুনক কোপমনে।
কুৰিগোটা নৰাচ হানিলা তেতিক্ষণে ॥
হৃদয় ভেদিয়া পিঠিভাগে বজাই গৈলা।
পীড়া পাই সম্যকে মৃতক যেন ভৈলা ॥ ২১৫৫৩
ৰথত পৰিল ঢলি নাহিকে চেতন।
দেখি বৃকোদৰে আগবাঢ়ি দিলা ৰণ ॥
ৰথীয়া কটক যত আছিল আৱৰি।
গদা কোবে মাৰিলেক পটা পিসা কৰি ॥ ২১৫৫৪
ভীমক সম্মুখ ভৈলা গঙ্গাৰ কুমাৰ।
হৃদয়ত প্ৰহাৰিলা অষ্টাদশ শৰ ॥
গদা থৈয়া ভীমেয়ো ধনুক লৈলা তুলি।
দশগোটা নৰাচ হানিলা হুহ বুলি ॥ ২১৫৫৫
থমকিলা ভীষ্ম শৰীৰত পীড়া পাই।
সৈন্য মাৰি গৈলা ভীমে ব্যূহৰ বজাই ॥
কাম্বোজৰ ৰথখান ভাঙ্গিলা কোবাই।
কলিঙ্গৰ হিয়াত মাৰিলা কোব যাই ॥ ২১৫৫৬
পাচে সবে ৰাজাগণ হুয়া একসাজ।
ভীমক বেঢ়িয়া সবে পাতিলেক ৰাজ ॥
কটাক্ষো নকৰি বীৰে গহ কৰি যাই।
তুতয় হাজাৰ সেনা মাৰিলা কোবাই ॥ ২১৫৫৭
পাচে ৰাজা বিৰাট দ্ৰুপদ চেকিতান।
নকুল সহদেৱ অভিমন্যু যুযুধান ॥
অনুকূলে ভীমক লাগক পাইলা খেদি।
ভীমসেন বজাইলা দাৰুণ ব্যূহ ভেদি ॥ ২১৫৫৮
কাম্বোজক দ্ৰুপদে সম্মুখ ভৈলা বলে।
শৈল্যক বিৰাটে পাৰিলেক মহীতলে ॥
যেনে তেনে শৈল্যে ভূমিপাৰে পলাই গৈলা।
সাৰথি সহিতে ঘোঁৰা যমপুৰে গৈলা ॥ ২১৫৫৯
ভুৰিশ্ৰৱা বীৰক সম্মুখে যুযুধান।
কলিঙ্গ সাত্যকি দুয়ো ভৈলা আগুৱান ॥
যুধামন্যু নৃপতিৰ সম্মুখে শৃঞ্জয়।
বাহ্লীক সম্মুখে ধৃষ্টদ্যুম্ন মহাশয় ॥ ২১৫৬০
ভীষ্ম শিখণ্ডীক যুধিষ্ঠিৰ দুৰ্য্যোধনে।
সহদেৱ শকুনি সম্মুখ ভৈলা ৰণে ॥
সহদেৱ শকুনি যে লাগিল সমৰ।
দুঃশাসন নকুল ভৈলেক বৰাবৰ ॥ ২১৫৬১
অভিমন্যে বিকৰ্ণে লাগিলা ধৰাধৰি।
প্ৰতিবিন্দু দুৰ্ম্মুখে লাগিল জৰাজৰি ॥
জয়দ্ৰথ শতানীক শৰে আসৰিশ।
দ্ৰোণ অৰ্জ্জুনৰ শৰে চাইলা চতুৰ্দ্দিশ ॥ ২১৫৬২
ধৃষ্টকেতু অশ্বত্থামা ভৈল ঘোৰ ৰণ।
ৰথে ৰথে হাতাহাতি অস্ত্ৰে বৰিষণ ॥
আনো যত ৰাজাগণ আছিলেক মানে।
গাৱে গাৱে সবেয়ো যুজিলা থানে থানে ॥ '৬৩
পাচে মহাবীৰ ভীষ্ম ৰাখিয়া সবাকে।
অৰ্জ্জুনক বিমুখ কৰাইলা শৰজাকে ॥
হানিয়া বৈষ্ণৱী-মায়া পৰম শীতল।
কৃষ্ণ-অৰ্জ্জুনৰ গাৱে শান্ত ভৈলা বল ॥ ২১৫৬৪
যুদ্ধক প্ৰবন্ধ এৰিলেক মহাশয়।
দেখি আকলিলা ভীষ্ম কৃষ্ণৰ আশয় ॥
সূৰ্য্য অস্তগত ভৈল ৰজনী প্ৰবেশ।
সবাকে শুনায়া মাতিলন্ত হৃষীকেশ ॥ ২১৫৬৫
দিবসৰ অন্তে ৰবি ভৈলা অপ্ৰচাৰ।
এতিক্ষণে সমৰ কৰিয়ো পৰিহাৰ ॥
যুদ্ধ এৰি বীৰসবে গৈলা ঘৰাঘৰি।
তৃতীয় দিনৰ যুদ্ধ-থৈলন্ত সামৰি ॥ ২১৫৬৬
ধনঞ্জয় নৃপতি মাধৱ যুধিষ্ঠিৰ।
সমৰ বিসৰ্জ্জি গৈয়া পশিলা মন্দিৰ ॥
ঋষিয়ে বোলন্ত কথা শুনা নৰেশ্বৰ।
শয়ন কৰিলা নিৰন্তৰে বীৰবৰ ॥ ২১৫৬৭

সেহি নিশা যুধিষ্ঠিৰে দেখিলা সপোন।
ধৱলপৰ্ব্বতখান ভৈল দৰিশন॥
তাহাতে ধৱল বৃক্ষ দেখিতে শোভন।
ফলে ফুলে প্ৰকাশয় আতি বিতোপন॥ ২১৫৬৮
ভূমিহন্তে পৰ্ব্বতত চৰিলা নৃপতি।
পাচে গৈয়া বৃক্ষত চৰিলা মহামতি॥
ধৱল বসন পিন্ধি অনেক সুন্দৰী।
অমৃত সুৰস অন্নে পঞ্চামৃতে ভৰি॥ ২১৫৬৯
সাদৰে ভুঞ্জাৱে নৃপতিৰ পূৰি মন।
চেতন লভিলা ৰাজা উঠিলা তেখন॥
কৃষ্ণ অৰ্জ্জুনত ৰাজা সকলে কহিলা।
সপোনৰ ফলশ্ৰুতি নাৰায়ণে দিলা॥ ২১৫৭০
আৰোহণ কৰে হয় বৃক্ষৰ উপৰে।
গজকন্ধে যাই চৰি পৰ্ব্বত শিখৰে॥
প্ৰাসাদ উপৰে কৰে বিপুল ভোজন।
ইসব লক্ষণে জানা উত্তম সপোন॥ ২১৫৭১
নিশ্চয় লভিবা ৰাজ্য ৰণে হৈবা জয়।
ভীষ্মৰ সম্মুখে তুমি নকৰিবা ভয়॥
সেহিবেলা চৰগণে ৰাজাত কহিলা।
সিঠাৱত দুৰ্য্যোধন ৰাজা যি কৰিলা॥ ২১৫৭২
দুঃশাসন কুমাৰক পঠাইলা ত্বৰিতে।
বাপু তই সত্বৰে আসিয়ো অব্যাহতে॥
কত বীৰ কটক মৰিলা সমৰত।
ৰথী ৰথ পদাতি কুঞ্জৰ ভৈলা হত॥ ২১৫৭৩
গণি পঢ়ি সত্বৰে কহিয়ো দুঃশাসন।
হেন শুনি কুমাৰ লৰিলা তেতিক্ষণ॥
লেখা কৰি তেখনে আসিলা দুঃশাসন।
ৰাজাৰ আগত কহিলেক দুখমন॥ ২১৫৭৪
দশ যে সাগৰ সেনা সকলে মাৰিলা।
তিনি অক্ষৌহিণী সেনা ভীমে সংহাৰিলা॥
ষড়্‌বিংশতি যে মহাৰাজা ভৈলা হত।
মহাবীৰ দুতয় হাজাৰ সমৰত॥ ২১৫৭৫
ঘাৱ চেৱ খায়া আছে যতেক নৃপতি।
কক্ষতে আছয় তাৰ নলৱে বিপত্তি॥

ভীষ্মৰ কেৱলে গাৱে নাহিকে চেতন।
বিশল্যকৰণী দিয়া ৰাজা দুৰ্য্যোধন॥ ২১৫৭৬
ভীষ্মক বেঢ়িয়া সবে কুৰু বীৰগণ।
মনদুখে বিষাদ কৰয় দুৰ্য্যোধন॥
তেৱেসে চেতন পাইলা কেঙ্কাই কেঙ্কাই।
দুৰ্য্যোধন ৰাজাক মাতিলা মুখ চাই॥ ২১৫৭৭
শুন বাপু দুৰ্য্যোধন বচন আমাৰ।
কতেক সহিবো মই ভীমৰ প্ৰহাৰ॥
অৰ্জ্জুনৰ প্ৰহাৰে বেদনা সশৰীৰে।
ৰাজাগণ লৈয়া যুদ্ধ দিলা যুধিষ্ঠিৰে॥ ২১৫৭৮
এতেক অস্ত্ৰৰ ঘাৱ মোৰ শৰীৰত।
অদ্যাপি বেদনা কৰে গাৱে নাহি তত॥
কালি প্ৰভাততে যুদ্ধ দিবা সব্যসাচী।
তোমাসাৰ বীৰসব মুখ্য বাছি বাছি॥ ২১৫৭৯
বীৰ অৰ্জ্জুনক ৰাখি ভীমক যুজোক।
তেৱে ধৰ্ম্মৰাজে মোৰ সমৰ বুজোক॥
হেন শুনি মাতিলা কুমাৰ দুঃশাসন।
কালি মই প্ৰভাতে ভীমক দিবো ৰণ॥ ২১৫৮০
অৰ্জ্জুনক যুজিবো নৃপতি যুধিষ্ঠিৰ।
ধৃষ্টদ্যুম্ন শিখণ্ডী দ্ৰুপদ মহাবীৰ॥
এহি কথা চৰে কৈলা নৃপতিৰ আগে।
যুধিষ্ঠিৰে সবাকো মাতিলা বীৰভাগে॥ ২১৫৮১
বীৰগণ বহলে বসিলা সভা পাতি।
ধৰ্ম্মৰাজা সবাকে বুলিবে লৈলা মাতি॥
কোনে কেনমতে আগবাঢ়ি দিবা ৰণ।
মোৰ আগে প্ৰকটি কহিয়ো বীৰগণ॥ ২১৫৮২
প্ৰথমে মাতিলা বৃকোদৰ মহাবীৰে।
কৰিবো তৰ্পণ দুঃশাসনৰ ৰুধিৰে॥
ধৃষ্টদ্যুম্নে বোলে মই বধিবো দ্ৰোণক।
কালি প্ৰভাততে মোক পঠায়ো ৰণক॥ ২১৫৮৩
শিখণ্ডী বোলয় মই ভীষ্মক বধিবো।
অকণ্টক কৰি ৰাজ্য পাণ্ডৱক দিবো॥
সহদেৱে বোলন্ত বধিবো শকুনিক।
যদি তাক নবধো বীৰক ধিক ধিক॥ ২১৫৮৪

যুধিষ্ঠিৰে বোলে মই বধিবো শল্যক।
ধনঞ্জয়ে বোলে মই মাৰিবো কৰ্ণক ॥
এহিমতে ৰাত্ৰি অৱসানে বীৰগণ।
সমৰক প্ৰতি কাছিলেক জনে জন ॥ ২১৫৮৫
যুধিষ্ঠিৰে পয়াণ কৰিলা যেতিক্ষণ।
ভীষ্ম সমে আইলা কৌৰৱৰ বীৰগণ ॥
দুয়ো দলে আসি যেৱে দেখাদেখি ভৈল।
ভীষ্মক ৰাখিয়া দুঃশাসন আগ ভৈল ॥ ২১৫৮৬
অৰ্জ্জুনক চাই বীৰে ধনু আজুৰিয়া।
ভল্ল দশ গোটা বাণ গুণত জুৰিয়া ॥
প্ৰহাৰিবে চাহন্তে অৰ্জ্জুনে কোপ কৰি।
কাটিলেক বাটত শৰক শৰে ধৰি ॥ ২১৫৮৭
পুনৰপি শৰ জুৰি কৰন্ত সন্ধান।
লঘুহাতে অৰ্জ্জুনে কাটিলা ধনখান ॥
আৰ ধনু ধৰিবে নেদিলা ধনঞ্জয়।
কুৰি শৰে কুমাৰৰ ভেদিলা হৃদয় ॥ ২১৫৮৮
পলাইবাক ছল চাৰে বীৰ দুঃশাসন।
বাঘে যেন জোলক দিলেক ভীমসেন ॥
ব্যূহপথে পলায় দুঃশাসন হুয়া ভয়।
পাচে পাচে খেদে বৃকোদৰ মহাশয় ॥ ২১৫৮৯
সৈন্যৰ মাজত পশি থাকিলা লুকাই।
ভীমসেনে বিচাৰি ফুৰিলা ঠাই ঠাই ॥
লাগক নপায়া উলটিলা বৃকোদৰ।
বীৰনাদ কৰিলা শবদ ভয়ঙ্কৰ ॥ ২১৫৯০
ধৃতৰাষ্ট্ৰে পোছে সঞ্জয়ত বাৰম্বাৰ।
ভয়ঙ্কৰ বীৰনাদ কহিয়ো কাহাৰ ॥
সঞ্জয় বদতি ৰাজা শুনা একমনে।
ৰণভঙ্গে পলায় কুমাৰ দুঃশাসনে ॥ ২১৫৯১
পাচে পাচে ভীমে খেদি নেই ঠাই ঠাই।
সৈন্যৰ মাজত পশি থাকিলা লুকাই ॥
লাগক নপাই ভীমে ক্ৰোধে উনমত।
বীৰনাদ কৰিলেক ব্যূহৰ মুখত ॥ ২১৫৯২
পলায় কৌৰৱী সেনা দশো দিশে ছানি।
মাৰিলা বিস্তৰ সৈন্য ভীমে গদা হানি ॥
দেখি ভীষ্ম অৰ্জ্জুনক তিনিশত শৰে।
অন্তৰাইলা ৰথখান সৈন্যৰ ভিতৰে ॥ ২১৫৯৩
দুনাই ভীম অৰ্জ্জুনক দিলা তিনি শৰ।
পথতে কাটিলা তাক পাণ্ডুৰ কুমাৰ ॥
প্ৰহাৰিলা বায়ুবাণ গঙ্গাৰ তনয়।
ৰাখিলা পৰ্ব্বত বাণ বীৰ ধনঞ্জয় ॥ ২১৫৯৪
হানিলা বৰুণ বাণ কোপে গঙ্গাসুতে।
বায়ুবাণে ধনঞ্জয় উৰুৱাইলা দ্ৰুতে ॥
হানিলেক অগ্নিবাণ ভীষ্ম কোপমনে।
নিমাইলেক ধনঞ্জয় বৰুণৰ বাণে ॥ ২১৫৯৫
কোপে ভীষ্ম দশন কামুৰি আড়ম্বৰে।
যমদণ্ড সদৃশ ভেদিলা দশ শৰে ॥
তাকো সহি অৰ্জ্জুনে হানিলা দশ বাণ।
পথতে কাটিলা তাক গঙ্গাৰ নন্দন ॥ ২১৫৯৬
মন্ত্ৰ সমে এক শৰ ধনঞ্জয় দিলা।
মৰ্ম্মথানে ভেদি বীৰে ঢলিয়া পৰিলা ॥
সেহিবেলা ছিদ্ৰ পাই পাণ্ডুৰ কুমাৰ।
এক লক্ষ সেনা মাৰি নিলা যমঘৰ ॥ ২১৫৯৭
শ্ৰুতি পাই অৰ্জ্জুনক ছয় শৰ দিলা।
হৃদয়ত পৰি পিঠিভাগে সৰকিলা ॥
তথাপি কটাক্ষ নাই দেখি অৰ্জ্জুনৰ।
অগনি সমান ক্ৰোধ জ্বলিলা ভীষ্মৰ ॥ ২১৫৯৮
পাঞ্চ শৰে অৰ্জ্জুনৰ ভেদিলা হৃদয়।
শৰ চোটে অৰ্জ্জুনে দেখিলা তমোময় ॥
শ্ৰুতি পাই দশ শৰ দিলা হৃদয়ত।
ৰথত পৰিলা ভীষ্ম ভৈলা মূৰ্চ্ছাগত ॥ ২১৫৯৯
সাৰথি ৰাখিলা ৰথ দূৰে পলুৱাই।
চেতন লভিয়া বীৰে চক্ষু মেলি চাই ॥
ঘাৱ বিষে পীড়িলা গাৱত নাহি তত।
অনন্তৰে ৰবি আসি ভৈলা অস্তাগত ॥ ২১৬০০
মাধৱে বোলন্ত যুদ্ধ এৰা প্ৰাণসখি।
ভীষ্ম সমে সবাৰে হুয়োক দেখাদেখি ॥
কৃষ্ণৰ বচনে বীৰে ৰহাইলেক ৰথ।
চতুৰ্থ দিনৰ যুদ্ধ ভৈলা সমাপত ॥ ২১৬০১

নমো নমো পুৰাণ পুৰুষ হৃষীকেশ।
হৃদয়ত থাকি মোক দিয়ো উপদেশ ॥
তোমাৰেসে কৃপায়ে সংসাৰ দুখ তৰি।
মোক কৃপা কৰন্তোক বাসুদেৱ হৰি ॥ ২১৬০২
শুনা সভাসদ পদ মহাভাৰতৰ।
ইসে নিস্তাৰিবে মোৰ যমৰ দুৱাৰ ॥
অনিৰুদ্ধ বদতি নমাগো আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ২১৬০৩

---

ভীম আৰু যুধিষ্ঠিৰৰ কথোপকথন

ছবি

ঋষিয়ে বোলন্ত কাজ শুনিয়োক মহাৰাজ
আত অনন্তৰে যেন ভৈলা।
যুদ্ধ বিসৰ্জ্জন কৰি বৈলা সবে ঘৰাঘৰি
ৰজনী দোভাগ বহি গৈলা ॥
ভীমৰ ঘুমটি নাই নৃপতিৰ পাশে যাই
কৰযোৰে বিনাৰে আগত।
আজ্ঞা কৰা মহাৰাজ সাধিবো তোমাৰ কাজ
কৌৰৱক বধিবো ৰণত ॥ ২১৬০৪
নিশা ভাগে চলি যাওঁ যদি তযু আজ্ঞা পাওঁ
নকৰিবো সমৰক বাকি।
যাক যৈত লাগ পাওঁ যমঘৰে দিবো ঠাৱ
মৰি যাওক যমঘৰ টাঙ্কি ॥
মম পুত্ৰ ঘটোৎকচ সমৰক নোহে উচ্চ
ৰাত্ৰিৰ সমৰ গৈলা সাজি।
তেহে এৰে সখা কৰি এতিক্ষণে যাওঁ লৰি
সবে কাৰ্য্য সাধিবোহো আজি ॥ ২১৬০৫
মাৰিবো কৌৰৱগণ যথা আছে দুৰ্য্যোধন
ঊনশত ৰাজাৰ সোদৰ।
ঘটোৎকচে বলে ধৰি সবাহাক্কে নিব মাৰি
হৌক বাসা যমৰ নগৰ ॥

ভীমৰ বচন শুনি নৃপতি মাতিলা গুণি
মন দুখে মাথা চপৰাই।
নকৰা এতেক শ্ৰম কৌৰৱ কুলৰ যম
জানিলো তোমাত পৰে নাই ॥ ২১৬০৬
তথাপি সংশয় কৰো তোমাক ডৰতে মৰো
বৃকোদৰ কহিয়ো বুজাই।
দাৰুণ পৰাৰ্দ্ধ সৈন্য কেমনে কৰিবা দৈন্য
কৌৰৱ ৰাজাৰ শত ভাই ॥
ভীমসেনে বোলে দদা নলবো হাতত গদা
নলৈবো পৰশু ধনুশৰ।
হিড়িম্বাৰ পুত্ৰহাতে মৰাইবোহো অব্যাহতে
তেবে হৈবে কামনা মনৰ ॥ ২১৬০৭
ৰাজাৰ চৰণে পৰি অনেক প্ৰণাম কৰি
তেখনে লৰিলা মহাবীৰ।
পয়োভৰে মহী কাম্পে লৰি যান্ত জাম্পে জাম্পে
বাট চাই ৰৈলা যুধিষ্ঠিৰ ॥
কৌৰৱৰ দ্বাৰে যাই ভীমসেন আছে চাই
কৰিলা পুত্ৰক সুমৰণ।
অনেক দানৱ লই চৌপাশে বেঢ়িলে গই
নিশা ভৈলা জনানি বৰণ ॥ ২১৬০৮
পিতৃৰ পাৱত পৰি বুলিলন্ত দড়ুদড়ি
আজ্ঞা কৰা সাধো কোন কাজ।
ভীমসেনে বোলে বাপ গুচায়ো মনৰ তাপ
কৌৰৱক নিবে যমৰাজ ॥
পিতৃৰ আদেশ পাই ঘটোৎকচে ছেগ চাই
লগত দানৱ তিনি কোটি।
ঠাই ঠাই দিলা জুই পোৰে ভস্মীভূত হুই
সৈন্যত লাগিল ঘটমটি ॥ ২১৬০৯
বতাসে বসন উদি কতো ফুৰে চক্ষু মুদি
কতো ঠাই ঠৰিষ লৰৱ।
নিৰ্ঘাত পতনে আতি নাই কাৰো মাতামাতি
ঠাই ঠাই উঠি দেন্ত দৰ ॥

হুৰুৱাইলা দিশাদিশ পৰি কৰে উসমিস
বাগৰি ফুৰন্ত ঠাই ঠাই।
নিচিনি আপোন পৰ দেখন্তে মাৰয় লৰ
কাকো কেৱে নমাতে তুনাই ॥ ২১৬১০

---

ঘটোৎকচৰ যুদ্ধ

**ঝুমুৰী**

এহিমতে সেনাগণ ; ভীষ্মপুত্ৰে কৰে ছন।
ৰাজাৰ লাগিল ত্ৰাস ; নিহালয় দিশপাশ ॥
কহিৰ পৰাঠ সেনা ; নাই দেখা নাই শুনা।
গগন ঢাকিল গৈয়া ; ৰাত্ৰিতে পৰিল কুৱা ॥ '১১
ৰাজাৰ আদেশ লৈয়া ; দুঃশাসন গৈল ধায়া।
কোথা ধনু কোথা শৰ ; ফিৰি মাত্ৰ দিলা লৰ ॥
শকুনি পলায় ডৰে ; হিয়া ধৰফৰ কৰে।
অন্তৰত বৃকোদৰে ; পলুৱাক খেদি ধৰে ॥ '১২
নমাৰন্ত মহাবলী ; উপৰক মাৰে দলি।
ৰুধিৰে ছাদন কৰে ; মৰি যায় যমঘৰে ॥
ৰিঙ্গ ৰাৱ লাগি গৈল ; সেনাৰ মৰণ ভৈল।
ত্ৰাহি ত্ৰাহি ৰাখা বাপ ; বেঢ়ি কৰে কাপকাপ ॥'১৩
দানৱৰ গদাকোবে ; বস্ত্ৰ যেন ধোবে ধোৱে।
বাঘে যেন গৰু ধৰি ; মাৰে দলাদলি কৰি ॥
দশে কুৰি একাকাৰ ; যেন ছিৰে কলাথাৰ।
পলাৱন্তে খেদি ধৰে ; ঘাৰক মুচৰি মাৰে ॥ '১৪
মাতন্তে কৰাৰি ছিৰে ; মুণ্ডে মুণ্ডে ঠেলি মাৰে।
কৰ্ণত লগাৱে জৰি ; বান্ধে পাচহাত ধৰি ॥
জোটাজুটি টানাটানি ; মৰাইলা সবাকো আনি।
কাণে-নাকে বাৰে শলা ; চৰৰাই কৰে কলা ॥'১৫
জিহ্বা ফালি লগাই ডোল ; নাহি কাৰো মাতবোল।
ৰথীয়া কটক মানে ; মাৰিলন্ত থানে থানে ॥
ৰজনী নিকট জানি ; তনয়ক মাতি আনি।
ধন্য ধন্য পুত্ৰ মায়া ; ধন্য তোৰ বজ্ৰকায়া ॥ '১৬
ঘটোৎকচে প্ৰণামিলা ; আকাশত প্ৰবেশিলা।
ভীম গৈল নিজ থান ; নৃপতিৰ বিদ্যমান ॥
নমো দেৱ নাৰায়ণ ; ভৱভয় বিনাশন।
পতিত পাৱন তুমি ; অধম পতিত আমি ॥
মোৰ দোষ পৰিহৰা ; ভাৰত শ্ৰৱণ কৰা।
আন আল-জাল এৰি ; ডাকি বোলা হৰি হৰি ॥
২১৬১৭

---

পঞ্চম দিনৰ যুদ্ধ

**পদ**

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
সৈন্য মাৰি মন্দিৰে পশিলা বৃকোদৰ ॥
ধৰ্ম্মৰ আগত বীৰে জানাইলা সত্বৰে।
পাচে গৈয়া প্ৰৱেশিলা আপোনাৰ ঘৰে ॥ ২১৬১৮
কুৰু নৃপতিৰ ঘৰে ৰৰ আথান্তৰ।
ভীষ্মত কহিলা যথাবৃত্তি নিৰন্তৰ ॥
ভীষ্ম বোলে দুৰ্য্যোধন ৰাজা দিলা সাৰ।
সহজে পাণ্ডৱগণ দেৱৰ কুমাৰ ॥ ২১৬১৯
যেহি বোলে তাকে কৰ নাহিকে অন্যথা।
ঘটোৎকচে কৰিলেক ইসৱ অৱস্থা ॥
মায়াবলে জিনিবাক পাৰে দেৱগণ।
বীৰতো অধিক বীৰ হিড়িম্বী নন্দন ॥ ২১৬২০
বিৰোচনে কহিলা ৰাত্ৰিৰ সমাচাৰ।
ৰথীয়া কটক সেনা বত্ৰিশ হাজাৰ ॥
বিগুটি মাৰিলা সেনা দেখিতে তৰাস।
পলান্তে ধৰয় খেদি নাহি দিশ পাশ ॥ ২১৬২১
মনদুখে দুৰ্য্যোধন ৰাজাৰ বিভঙ্গ।
টমকিল ঢোল ৰাজা তুৰাৰৰ সাঙ্গ ॥
ভীষ্ম বোলে শুনা ধৃতৰাষ্ট্ৰৰ তনয়।
পাণ্ডৱৰ থানে বাদ্য বাজে জয় জয় ॥ ২১৬২২
সমৰে সাজিলা ধৰ্ম্মৰাজ মহাবীৰ।
আসিয়া পাইলেক পাচে কুৰুক্ষেত্ৰতীৰ ॥
সত্বৰে সাজিয়ো আমাসাৰ বীৰগণ।
হেন শুনি সত্বৰে সাজিলা দুৰ্য্যোধন ॥ ২১৬২৩
ঋষিয়ে বোলন্ত কথা শুনা নৰপতি।
পঞ্চম দিনাৰ যুদ্ধ কৰিবাক প্ৰতি ॥

কৃষ্ণ ধনঞ্জয় আদি যত বীৰগণ।
ৰাজাৰ পাশত সবে ভৈলা একথান ॥ ২১৬২৪
যেন মহেন্দ্ৰক বেঢ়ি দশদিক্‌পাল।
সেহিমতে বসিলা যতেক মহীপাল ॥
যুধিষ্ঠিৰে বোলন্ত শুনিয়ো বীৰচয়।
আজি বৰ মোৰ মনে যুদ্ধক সংশয় ॥ ২১৬২৫
সৈন্য মাৰি ৰাত্ৰিত আসিলা বৃকোদৰ।
শুনিলো বিস্তৰ কথা ভীষ্মৰ মুখৰ ॥
আনে নতু যুজন্তে ভীষ্মসে দিবে ৰণ।
প্ৰথমতে আমাৰ যুজিবে কোন জন ॥ ২১৬২৬
দ্ৰুপদে বোলন্ত নৃপতিৰ বৰাবৰ।
প্ৰথমে ভীষ্মক মই কৰিবো সমৰ ॥
সবে চাই থাকা আজি মোৰ বাহুবল।
তাহান সহায় যত নৃপতিসকল ॥ ২১৬২৭
সবাকে জিনিবো সমৰত হৈবো জয়।
ৰঙ্গ চাই থাকোক মাধৱ ধনঞ্জয় ॥
এত হন্তে যুদ্ধক চলিলা ধৰ্ম্মৰাজ।
চতুষ্পাশে আবৰি ৰহিলা সামৰাজ ॥ ২১৬২৮
ৰণভূমি প্ৰৱেশিলা কৃষ্ণ ধনঞ্জয়।
যেন ৰবি শশী লগে প্ৰকাশ কৰয় ॥
শঙ্খধ্বনি শুনিয়া কৌৰৱ বীৰগণ।
ভীষ্মক আবৰি লৰি গৈলা তেতিক্ষণ ॥ ২১৬২৯
পূৰ্ব্বৰতে ব্যূহ পাতিলেক গঙ্গাসুত।
থানে থানে বীৰগণ ৰহিলা মধ্যত ॥
এতেকে দ্ৰুপদ ৰাজা সব সৈন্য লৈয়া।
ধনু ধৰি ব্যূহৰ সম্মুখ ভৈল গৈয়া ॥ ২১৬৩০
হেন দেখি ভীষ্মৰ মনত বৰ কোপে।
দশগোটা ভল্লশৰ দিলা একজোপে ॥
পথত ছেদিলা তাক দ্ৰুপদৰ শৰে।
দশ শৰ হানিলা দ্ৰুপদ নৰেশ্বৰে ॥ ২১৬৩১
অৱহেলা কৰি ভীষ্ম পথতে কাটিলা।
দুনাই নৃপতিক কুৰি শৰ প্ৰহাৰিলা ॥
তাকো কাটি ভীষ্ম হাসিলেক খলখলি।
দূতয় বিংশতি শৰ দিলা মহাবলী ॥ ২১৬৩২
তাকো কাটিলেক ভীষ্ম তিলৰ প্ৰমাণ।
সাধু সাধু প্ৰশংসা কৰয় থানে থান ॥
পাচে কোপমনে ভীষ্ম ৰথৰ উপৰে।
দশ শৰে হৃদয় ভেদিলা দ্ৰুপদৰে ॥ ২১৬৩৩
আৰো শৰে সাৰথিৰ ছেদিলেক শিৰ।
আঠ শৰে ৰথক কাটিলা মহাবীৰ ॥
ৰথ ভঙ্গে ভূমিত পৰিলা গিৰিসাই।
ধৃষ্টদ্যুম্ন শিখণ্ডী ৰাখিলা লাগ পাই ॥ ২১৬৩৪
স্বস্থ মন হুয়া ৰাজা আৰ ৰথে চৰি।
প্ৰহাৰ কৰিলা একবিংশতি সত্তৰি ॥
আকাশ ছানিয়া আসে ভীষ্মক আবৰি।
শৰে শৰে কাটিলেক চূৰ্ণীকৃত কৰি ॥ ২১৬৩৫
ভীষ্মক শায়ক পাচে কৰিলা আন্ধাৰ।
ৰবিৰ কিৰণে ঢাকি ভৈলা একাকাৰ ॥
নাকে কাণে চক্ষু মুখে মৰ্ম্মথানে ভেদি।
কোপমনে ভীষ্ম ধৰিবাক যাই খেদি ॥ ২১৬৩৬
আথেবেথে দ্ৰুপদে ধনুক ধৰি ডাটি।
ভীষ্মৰ ৰথৰ ঘোঁৰা পেলাইলেক কাটি ॥
ৰথ এৰি ভূমিত নামিলা মহাবীৰ।
ধৰো ধৰো কৰি যায় গাৱ নোহে থিৰ ॥ ২১৬৩৭
নৃপতিৰ শৰে ফুটি গঙ্গাৰ কুমাৰে।
বায়ু শৰে উৰুৱাই নিলা কতো দূৰে ॥
সৈন্যৰ মাজৰ হন্তে অন্তৰাইলা তুলি।
কোথা গৈল নৃপতিক নেদেখি সমুলি ॥ ২১৬৩৮
বাহিৰত দুৰ্য্যোধন ৰাজা লাগ পাইলা।
পৰন্তে ৰাজাক সবে চৌপাশে আণ্টাইলা ॥
মৰা হস্তীযূথ আনি কৰি এক ঠাই।
আৰ কৰি বৈলা তাক উদৰে দমাই ॥ ২১৬৩৯
ভীমসেনে বিচাৰি ফুৰন্ত লাগ পাই।
দ্ৰুপদক তুলিলেক হস্তী অন্তৰাই ॥
ভীমক বেঢ়িয়া সবে ৰাখিলা সমৰে।
জৰ্জ্জৰিত কৰিয়া হানিলা ঘোৰ শৰে ॥ ২১৬৪০
ভীমৰ প্ৰহাৰ লাগি গৈল ধূমাজয়।
অনেক কটক মাৰি দিলা যমালয় ॥

দুৰ্য্যোধন ৰাজা দক্ষিণৰ পথে আছে।
ভীমক দেখিয়া ভয়ে পলাইলেক পাচে ॥ ২১৬৪১
সৈন্য মাৰি বৃকোদৰ নথাকিলা ৰই।
অৰ্জ্জুনৰ লাগ ধৰিলন্ত শীঘ্ৰে গই ॥
সঞ্জয় বদতি ৰাজা শুনা আৰোবাৰ।
ভীম ধনঞ্জয় যেবে ভৈলা পটোৱাৰ ॥ ২১৬৪২
ভীষ্মৰ পাশত সবে কুৰুবীৰগণ।
একত্ৰে মিলিয়া সবে পাতিলেক ৰণ ॥
অৰ্জ্জুনক ভীষ্ম প্ৰহাৰিলা দশবাণ।
হৃদয়ত পৰি তল গৈল পুংখমান ॥ ২১৬৪৩
মূৰ্চ্ছাগত ধনঞ্জয় ৰথৰ উপৰে।
সাৰথি ধৰিলা তুলি দৈৱকী কুমাৰে ॥
আশ্বাসিলা নাৰায়ণে দুনাই দুনাই।
উঠিলন্ত ধনঞ্জয় সন্ধুক্ষণ পাই ॥ ২১৬৪৪
সেহিবেলা গঙ্গাসুতে অৱজৰ পাই।
পাণ্ডৱৰ সেনা মাৰি নিলা বেলেগাই ॥
বৃকোদৰে দেখি লাগ লৈলা আড়ম্বৰে।
ভূৰিশ্ৰৱা ৰাজাক দেখিয়া বৰাবৰে ॥ ২১৬৪৫
জাম্প দিয়া চুলত ধৰিলা মেৰিয়াই।
ঘণ্টালাৰি ভূমিত পেলাইলা বগৰাই ॥
বিন্দ অনুবিন্দক ধৰিয়া গোটাগোটে।
ভিন্দাকাৰ কৰিলেক চৰৰৰ চোটে ॥ ২১৬৪৬
দুঃশাসন বীৰৰ ভাঙ্গিলা ৰথখান।
লৰৰি পলাইলা বীৰ কতো দূৰমান ॥
ৰথভঙ্গে পলাইলা নৃপতি দুৰ্য্যোধন।
লৰৰিয়া ৰূপে পলাইলেক এৰি ৰণ ॥ ২১৬৪৭
সেহিবেলা ছিদ্ৰ পাইলা বীৰ বৃকোদৰ।
অযুতেক হস্তী মাৰি নিলা যমঘৰ ॥
দেখি নসহিলা কোপে গঙ্গাৰ কুমাৰ।
হাণ্ডী শৃগালীৰ বৰ্ণ দশগোটা শৰ ॥ ২১৬৪৮
ভীমৰ হিয়াত পৰি পিঠিত ৰজাইলা।
মূৰ্চ্ছাগত বৃকোদৰ চেতনা হৰাইলা ॥
শ্ৰুতি পাই ক্ৰোধত জ্বলিলা মহাবীৰ।
যম যেন দণ্ড ধৰি যুদ্ধে ভৈলা থিৰ ॥ ২১৬৪৯
কাহাকো নগণি বীৰে ক্ৰোধে ৰহি যায়।
ৰৰ ৰৰ দিগ্‌গজক ধৰে মেৰিয়াই ॥
পাক ফুৰাই উপৰক মাৰে হুহ বুলি।
ভীষ্মৰ সম্মুখে মাৰে নিদলিলো বুলি ॥ ২১৬৫০
আলগতে কাটে তাক গাঙ্গেয়ৰ শৰে।
দুনাই দুনাই দিগ্‌গজ প্ৰহাৰে বৃকোদৰে ॥
তাকো শৰে বাটত কাটন্ত মহাশয়।
এমনে মাৰিলে হস্তী হাজাৰ দুতয় ॥ ২১৬৫১
পাচে সবে বীৰগণ হৈয়া এক সাজু।
ভীমক বেঢ়িয়া সবে পাতিলন্ত বাজু ॥
গাৱে গাৱে প্ৰহাৰিলা শৰ অসংখ্যাত।
নাকে মুখে কৰ্ণে বিদাৰিলা ভৰি হাত ॥ ২১৬৫২
মহামৰ্ম্মে উঠিলা হাতত গদা ধৰি।
কোবাইবে লাগিলা সবে কৌৰৱক জাৰি ॥
কাৰো কান্ধে কাৰো মাথে কাৰো বক্ষঃস্থলে।
কাৰো বাহু পেট পিঠে কাৰো জঙ্ঘা গলে ॥ '৫৩
যেন ভয়ঙ্কৰ মাছ ভৈলা জাল ফাৰি।
বাজ ভৈলা ভীম কৌৰৱৰ সেনা মাৰি ॥
দুৰ্য্যোধনে দেখে বৰ ভৈল আথান্তৰ।
সবে সৈন্য মাৰি গৈলা বীৰ বৃকোদৰ ॥ ২১৬৫৪
আসা সবে সেনাগণ একেলগে যাওঁ।
ভীমক সমৰে মাৰি যমক পঠাওঁ ॥
পূৰ্ব্বতে আমাক কৰি আছে অপকাৰ।
আত পৰে কেহো নাই দ্ৰোহীয়া আমাৰ ॥ '৫৫
ধৰ ধৰ বুলি দুৰ্য্যোধনে আদেশিলা।
গিৰিসাই উঠি সবে ভীমক বেঢ়িলা ॥
গদাৰ প্ৰহাৰে ভীমে উকৰাইলা ৰথ।
সেহি ধৰি ছিদ্ৰ চাহি আছে ভগদত্ত ॥ ২১৬৫৬
আইস বৃকোদৰ তোক ভালে পাইলো লাগ।
এহি বুলি ভগদত্তে ভেশ্টিলেক আগ ॥
ভীমসেনে বোলে মোৰ বিধি সুপ্ৰসন্ন।
যাক খুজি ফুৰোহো হাততে দৰিশন ॥ ২১৬৫৭
দুইকো দুই বহুত বীৰত্ব বখানিলা।
একে লগে দুইকো দুই গদা প্ৰহাৰিলা।

দুয়োৰো গদাত গদা পৰি উফৰিলা ।
জাতকাৰ অগনি কণিকা নিকলিলা ॥ ২১৬৫৮
পাচে দুইকো দুই ছিদ্ৰ চাই ফুৰি পাক ।
লক্ষিবে নোৱাৰে যেন কুমাৰৰ চাক ॥
দক্ষিণে ভ্ৰময় কতো বামত মণ্ডলী ।
দুইকো দুয়ো প্ৰহাৰি হাসয় খলখলি ॥ ২১৬৫৯
ক্ষণে ক্ষণে দুয়ো আকাশত মাৰে ভেৰ ।
প্ৰহাৰি অন্তৰে নিচিনয় কাকো কেৰ ॥
পাচে ভগদত্তে উপৰক তুলি গদা ।
ভীমৰ মাথাত কোৰ মাৰিলেক তদা ॥ ২১৬৬০
ফুৰণি লাগিয়া ফুৰিলেক বৃকোদৰ ।
সন্ধুকিয়া উঠি বীৰে ভৈলা বৰাবৰ ॥
গদা থৈয়া ধনু ধৰি কৰিলা টঙ্কাৰ ।
শবদে লঙ্ঘিলা গৈয়া স্বৰ্গৰ দুৱাৰ ॥ ২১৬৬১
ভগদত্ত ৰাজা ধনু ধৰি সাৱধান ।
পাচে দুইকো দুয়ো প্ৰহাৰিবে লৈলা বাণ ॥
অগনি বৰুণ বায়ু নিশাচৰ বাণ ।
গন্ধৰ্ব্ব গুহ্যক-চন্দ্ৰ অস্ত্ৰ মেঘবাণ ॥ ২১৬৬২
কতো পীত লোহিত হৰিদ্ৰা বৰ্ণ দেখি ।
কঙ্ক ভৈলা মধ্য কতো শগুনৰ পাখি ॥
সুবৰ্ণ পুংখিয়া সবে ছাইলা দিশপাশ ।
দুইৰো শৰে দুয়ো যেন ফুটিলা পলাশ ॥ ২১৬৬৩
বোম্বালে ৰুধিৰ বহে সব শৰীৰৰ ।
তথাপিতো ক্ষমা নাই দুই দুহান্তৰ ॥
ধনু এৰি মুষল ধৰিয়া আৰোবাৰ ।
তোলন্ত মাৰন্ত হাতাহাতি বাৰম্বাৰ ॥ ২১৬৬৪
ভাঙ্গিল মুষল দুইৰো খণ্ড খণ্ড হুই ।
হাতত পৰশু ধৰি চমু ভৈল দুই ॥
পয়োভৰে মেদিনী কৰয় টলবল ।
দুইকো দুয়ো পৰশু মাৰিতে চাহে ছল ॥ '৬৫
সন্ধানত দুয়ো বীৰে পৰশুৰ ঘাৱে ।
ভোভোলা ভোভলি ভৈল দুইহান্তৰ গাৱে ॥
তথাপি সমৰ যেৰে ক্ৰোধে যেন যম ।
খড়্গ চৰ্ম্ম ধৰি দুয়ো কৰয় বিক্ৰম ॥ ২১৬৬৬

চক্ৰাকাৰে ঘূৰে যেন বতাস সোসাই ।
বিদ্যুত সঞ্চাৰে দুয়ো হোৱে একঠাই ॥
যাক যেহি ছিদ্ৰ পাৱে খড়্গৰ প্ৰহাৰে ।
শ্ৰম কৰি এবাৰে দুনাই খেদি মাৰে ॥ ২১৬৬৭
খড়্গৰ প্ৰহাৰে দুইৰো মুচুইলেক অঙ্গ ।
তথাপি সমৰ নেৰে চৰি যাই খঙ্গ ॥
দুয়ো বীৰ প্ৰচণ্ড দাৰুণ বলীয়াৰ ।
দুয়োৰো শোণিত বহে যেন গেৰুধাৰ ॥ ২১৬৬৮
ভীমৰ অধিক বল দেখি বীৰচয় ।
চতুৰ্ভিতি ঘেৰি সবে শৰ বৰিষয় ॥
জৰ্জ্জৰিত কৰিল অসংখ্য শৰধাৰে ।
বিষে লালকাল বীৰে চেতন নপাৰে ॥ ২১৬৬৯
হেন দেখি ৰাজা দুৰ্য্যোধনে ছেগ চাই ।
মৰা হস্তীগণ দিল উপৰে দমাই ॥
সঞ্জয় বদতি শুনিয়োক মহাশয় ।
বিপৰীত কৰিলেক তোমাৰ তনয় ॥ ২১৬৭০
ভীষ্মসমে অৰ্জ্জুনৰ যুদ্ধ আসৰিশ ।
গগন ঢাকিলা নাই দিশ যে বিদিশ ॥
মাধৱে বোলন্ত সখি কিবা আছা চাই ।
সবে যুদ্ধ কৰে দেখো বৃকোদৰ নাই ॥ ২১৬৭১
ঝাণ্টে বাৰ্ত্তা লোৱা যুধিষ্ঠিৰ নৃপতিৰ ।
কোথা যুদ্ধ কৰে ভীমসেন মহাবীৰ ॥
সহদেৱ নকুল কোথাত পৰিহৰি ।
নজানো ভীমৰ গতি কিবা আজি ধৰি ॥ '৭২
হেন দেখি অৰ্জ্জুনৰ মৰ্ম্ম গৈলা চৰি ।
শীঘ্ৰ ডাকিয়োক ৰথ প্ৰভু দেৱহৰি ॥
গোবিন্দে ডাকিলা ৰথ গতি মনোজয় ।
ধৰ্ম্ম নৃপতিক লাগি পাইলা ধনঞ্জয় ॥ ২১৬৭৩
যুধিষ্ঠিৰে বোলে বাপু বৰ আথান্তৰ ।
দক্ষিণত সমৰ কৰিলা বৃকোদৰ ॥
দুৰ্য্যোধনে পাঞ্চিলা নৃপতি সমূহক ।
একত্ৰে মিলিয়া সবে যুজিলা ভীমক ॥ ২১৬৭৪
ৰণভঙ্গে ৰাজাগণ পলাইলা লৰৰি ।
ভীমসেনে উলটি নাপিলা সেহি ধৰি ॥

কৃষ্ণ ধনঞ্জয় শীঘ্ৰে গৈলা ৰথ বাই।
সৈন্য মাৰি ভীমক বিচাৰে ঠাই ঠাই ॥ ২১৬৭৫
যত মৰা হস্তী দৌলাকাৰে পৰি আছে।
ৰথ বাই দুয়ো বীৰে গৈল তাৰ কাছে ॥
মৃতক হস্তীক সবে থৈলা অন্তৰাই।
উঠিলেক বৃকোদৰ কেঙ্কাই কেঙ্কাই ॥ ২১৬৭৬
কৃষ্ণ অৰ্জ্জুনক দেখি ৰথৰ উপৰে।
কি ভৈল বুলিয়া সোধে বীৰ বৃকোদৰে ॥
কৈত আছে গঙ্গাসুত ৰাজা দুৰ্য্যোধন।
কোন থানে আছো মই পৰিহৰি ৰণ ॥ ২১৬৭৭
অৰ্জ্জুনে বোলন্ত উঠা ইঠাৰৰ হন্তে।
ভীষ্ম সেনাপতি মোক আছয় যুজন্তে ॥
তোমাসাক বিচাৰিতে আইলো যুদ্ধ এৰি।
গঙ্গাসুতে কটক মাৰয় খেদি গুৰি ॥ ২১৬৭৮
এতহন্তে সাৰথি যোগাইলা ৰথবৰ।
জাম্প দিয়া ৰথত চড়িলা বৃকোদৰ ॥
কৃষ্ণ ধনঞ্জয় লৰি গৈলা ৰথ বাই।
প্ৰাণৰ কাতৰে সবে কৌৰৱ পলায় ॥ ২১৬৭৯
সেহি সময়ত ভীষ্ম অৱসৰ পাই।
পাণ্ডৱৰ কটক মাৰিলা ঠাই ঠাই ॥
এতেকে সম্মুখ ভৈলা কৃষ্ণ ধনঞ্জয়।
ৰাখিলা ভীষ্মৰ ৰথ পৰম নিৰ্ভয় ॥ ২১৬৮০
অনন্তৰে ৰবি অস্ত ভৈলা তেতিক্ষণে।
অৰ্জ্জুনক সম্বোধি মাতন্ত নাৰায়ণে ॥
এৰিয়ো সমৰ সখি সূৰ্য্য অস্তগত।
ভীষ্মসমে দেখাদেখি হুয়ো সম্মুখত ॥ ২১৬৮১
গোবিন্দ ৰাখিলা ৰথ সবাকে দেখাই।
উভয় দলৰ সেনা ভৈলা একঠাই ॥
অন্যো অন্যে বীৰসবে সবাহাঙ্কে চাই।
সমৰ উপেক্ষি সবে গৈলা ঠাই ঠাই ॥ ২১৬৮২
পঞ্চম দিনাৰ যুদ্ধ এহিমানে গৈলা।
শুনিয়োক আতপৰে যেন কথা ভৈলা ॥
নমো নমো নাৰায়ণ প্ৰণামো চৰণে।
নেৰিবাহা নাথ মোক জীৱন মৰণে ॥ ২১৬৮৩
শুনা সভাসদ মোৰ দোষ পৰিহৰি।
সবাকে কাতৰ কৰো দান্তে তৃণ ধৰি ॥
মহাভাৰতৰ কথা সাগৰ সঙ্কাশ।
ভণে অনিৰুদ্ধ হৰি ভকতৰ দাস ॥ ২১৬৮৪
দুৰ্লভ ভাৰত নৰতনু হৰিনাম।
ভাগ্যেসে লভিলা বসি কৰা কোন কাম ॥
বিষয় বিভ্ৰম ধান্দা সদায়ে আকুল।
একান্তে ভজিয়ো হৰিচৰণ ৰাতুল ॥
আলজাল জঞ্জাল থৈয়োক পাচ কৰি।
নিৰন্তৰে উচ্চ কৰি বোলা হৰি হৰি ॥ ২১৬৮৫

---

যুদ্ধৰ পাচত সৈন্য হতাহতৰ লেখ আৰু আলাপ

**দুলড়ী**

ঋষিয়ে বোলয় শুনা জন্মেজয়
পাচে যেন কথা ভৈলা।
পঞ্চম দিনত যত সেনা হত
মোহলা কৰিবে লৈলা ॥
অযুতেক ৰথ যুদ্ধে ভৈলা হত
দুতয় হাজাৰ গজ।
চৌৰাশী হাজাৰ সৈন্যগণ মাৰে
লক্ষেক ধনুকী সাজ ॥ ২১৬৮৬
পদাতি বত্ৰিশ হাজাৰ মাৰিলা
ভীমে গণি কহিলন্ত।
শুনি ধৰ্ম্মৰায় মাথা চপৰাই
মন দুখে ৰহিলন্ত ॥
চৌৰাশী হাজাৰ সৈন্যগণ মাৰে
বিংশতি হাজাৰ হস্তী।
তিনি অযুতেক ঘোঁৰা মাৰিলেক
অযুতেক ৰথ ৰথী ॥ ২১৬৮৭
মোহলা কৰিয়া কহিলা ফিৰিয়া
দুঃশাসন মহাবীৰে।

শুনি দুৰ্য্যোধনে মহাদুখ মনে
ব্যথিত ভৈলা শৰীৰে ॥
ভীষ্ম সমন্বিতে বসিয়া তহিতে
আলোচয় কুৰুপতি ।
নাহি ভঙ্গ জয় ভীম ধনঞ্জয়
এবে হৈবে কোন গতি ॥ ২১৬৮৮
ভীষ্ম নিগদতি শুনা মহামতি
নকৰিবা অপমান ।
জয় পৰাজয় জানিবা নিশ্চয়
কৰ্ম্মেসে হুইবে প্ৰধান ॥
হাৰিয়া জিনিয়া জিনিয়া হাৰয়
ইদোষ সবে বীৰৰ ।
মোহোত প্ৰমাণ লোৱা বিদ্যমান
পুছিয়ো পাচে আনৰ ॥ ২১৬৮৯
হাৰন্তে জিনন্তে সমৰ কৰন্তে
অস্থি চৰ্ম্ম মাত্ৰ আছে ।
ইসব দুখক দুখ নোবোলোহো
যেন হৌক লাগে পাচে ॥
এতেক বোলন্তে পীড়িলেক বিষে
শৰঘাৱে অচেতন ।
পীড়িলা ভাগৰে সব কলেৱৰে
মুদিলা দুয়ো নয়ন ॥ ২১৬৯০
ভীষ্মৰ নিকাৰ দেখিয়া ৰাজাৰ
নয়ন ভৈলা সজল ।
বীৰগণ মাতি বোলন্ত নৃপতি
ভীষ্মক ৰাখা সকল ॥
বৈদ্যসব যত মিলোক সমস্ত
বিশল্যকৰণী হাতে ।
এহেন্তে আমাৰ জীৱন সবাৰ
যুদ্ধৰ হেতু সাক্ষাতে ॥ ২১৬৯১
ৰাজাৰ বচনে সব বীৰগণে
ভীষ্মক আৱৰি ৰৈলা ।
বৈদ্যসবে কৰে বিশল্যকৰণী
পাচে ভীষ্ম সুস্থ ভৈলা ॥

সমাজ বিসৰ্জ্জি ভাল মন্দ বুজি
ৰৈলা স্বকি স্বকি থানে ।
পাণ্ডৱ ৰাজাৰ যতেক নিকাৰ
শুনা কহো সাৱধানে ॥ ২১৬৯২
ভীমৰ গাৱত নাহিকয় তত
অচেতনে আছে পৰি ।
মাতন্তে নমাতে মৃতক সাক্ষাতে
সশৰীৰে বিষে জুৰি ॥
নকুল সহদেৱে পুছে গাৱে গাৱে
ভীমৰ নাহি সন্ধান ।
ধৰ্ম্মৰ নন্দনে মহাদুখ মনে
প্ৰৱেশিলা সেহি থান ॥ ২১৬৯৩
ভীমৰ অৱস্থা দেখিয়া সৰ্ব্বথা
ৰাজাৰ বৰ আসুখ ।
সম্বোধি মাতয় শুনিয়ো ভৈয়াই
চাহিয়োক মোৰ মুখ ॥
তুমি অবিহনে কি কৰে জীৱনে
বৃথা সমৰৰ কাজ ।
যতেক কৰিলো সমস্তে এৰিলো
পুনু চলো বনমাজ ॥ ২১৬৯৪
ইটো ৰাজ্যভাৰ সকলে অসাৰ
মিছাত ঘোৰ জঞ্জাল ।
নকৰি সমৰ যাওঁ দেশান্তৰ
ইসে দশগুণে ভাল ॥
সেহি সময়ত চেতন লভিয়া
উঠিলন্ত বৃকোদৰ ।
ৰাজাৰ বিমন দেখি ভীমসেন
সম্বোধি দিলা উত্তৰ ॥ ২১৬৯৫
শুনা মহাৰাজ মোহোৰ অকাজ
কতেক সহিবো গাৱে ।
যেহি ভিতি যাওঁ প্ৰহাৰেক পাওঁ
মূৰ্চ্ছা যাওঁ ঠাৱে ঠাৱে ॥
ভীষ্মৰ প্ৰহাৰে সব কলেৱৰে
অধিকে উধাই বিষ ।

ৰাজাগণে বেঢ়ি সমৰ কৰয়
নপাওঁ দিশ বিদিশ ॥ ২১৬৯৬
অদ্যাপি গাৱত বেদনা কৰয়
অধিকে উধাই তাপ।
তথাপি যুদ্ধক এৰণ নযায়
বিমুখে সিজয় পাপ ॥
এৰা অসন্তোষ কিছু নাই দোষ
যুদ্ধক নকৰা ভয়।
তোমাৰ সহায় যত বীৰচয়
মই সমে ধনঞ্জয় ॥ ২১৬৯৭
দ্রুপদ বিৰাট আদি ৰাজাগণ
তোমাৰেসে অনুকূল।
জিনিয়া ভীষ্মক সবে কৌৰৱক
সমৰে কৰো নির্ম্মূল ॥
ভীমৰ বীৰত্ব বচন শুনিয়া
ধৰ্ম্মৰ মনে হৰিষ।
পুহাইল ৰজনী জয় জয় ধ্বনি
প্রসন্ন সকলে দিশ ॥ ২১৬৯৮
শুনা সভাসদ ছাড়োক আপদ
হৰিত ভকতি কৰা।
ইহ পৰলোকে নিস্তৰিবা সুখে
মুখে ৰামনাম ধৰা ॥
ঘোৰ কলিকাল আত নাহি ভাল
বিনে হৰি গুণনাম।
আপুনিও তৰা পুৰুষ উদ্ধাৰা
ডাকি বোলা ৰাম ৰাম ॥ ২১৬৯৯

---

ষষ্ঠ দিনৰ যুদ্ধ

পদ

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
যেন কথা ভৈলা পাচে আত অনন্তৰ ॥
প্রভাত সময় পাণ্ডৱৰ বীৰগণ।
জয় ধ্বনি কৰি সবে বজাইলা তেখন ॥ ২১৭০০
ওৰাবিৰ ৰাজ হুয়া দেখি বিদ্যমান।
ত্রিদশ দেৱৰ ৰাজা বাসৱ প্রধান ॥
সবে দেৱগণ লৈয়া ভৈলা একথান।
ভীমৰ সম্মুখে সবে পাতিলা দেৱান ॥ ২১৭০১
দুন্দুভি বজায়া সবে ঘোষে জয় জয়।
তথাতে নৃপতি ধৰ্ম্ম কৃষ্ণ ধনঞ্জয় ॥
সহদেৱ নকুল তুলত ৰাজাগণ।
প্রথমতে ধৰ্ম্মৰাজা বুলিলা বচন ॥ ২১৭০২
শুনা বাপু যুধিষ্ঠিৰ মোৰ অভিমত।
মোৰ শক্তি ধ্বজগোট ধৰিয়া হাতত ॥
জগত বিজয় হৌক মোৰ বৰদানে।
জয় জয় ঘুষি ধৰ্ম্মৰাজা একথানে ॥ ২১৭০৩
বায়ু ৰাজা ভীমক মাতন্ত মুখ চাই।
অভেদ্য অচ্ছেদ্য বাপু হৌক তনু কায় ॥
মোৰ শক্তি কৱচে শিলৰ হৌক গাব।
মোৰ সম বেগৱন্ত হৈব পৰাভৱ ॥ ২১৭০৪
বাসৱে মাতিলা অৰ্জ্জুনক দায়াতৰে।
মোহোৰ সদৃশ তেজ হৌক কলেৱৰে ॥
লোৱা বজ্রকূট বাণ মোহোৰ হাতৰ।
ঘোৰ ৰণে বৈৰক পেশিয়ো যমঘৰ ॥ ২১৭০৫
অশ্বিনীকুমাৰ দুই বৈদ্য দেৱতাৰ।
সহদেৱ নকুলক মাতে বাৰম্বাৰ ॥
দিলো মৃত সঞ্জীৱনী বিদ্যা দুয়ো ভাই।
কাতো হন্তে নহৈবেক মৰণক ভয় ॥ ২১৭০৬
আনো সব দেৱগণে সবে দিলা বৰ।
পুষ্পবৃষ্টি কৰিলেক সৈন্যৰ উপৰ ॥
দেৱৰ উৎসৱ পায়া পাণ্ডুপুত্রচয়।
যুদ্ধক লৰিলা ভীম কৃষ্ণ ধনঞ্জয় ॥ ২১৭০৭
ষষ্ঠ যে দিনৰ যুদ্ধ শুনা আতপৰে।
জয়ধ্বনি উথলিলা দেৱ মনুষ্যৰে ॥
নাগলোকে জয়ধ্বনি পাতাল পূৰিলা।
বিমানে দেৱতাগণে পুষ্প বৰিষিলা ॥ ২১৭০৮
শিৰীষ সেউতী যূতী মালতী মধাই।
দিব্য কন্যাগণে বৰিষয় সুখ পাই ॥

ভীষ্ম ধনঞ্জয়ে যেবে মিলিল সংগ্ৰাম।
হেন সময়ত আসিলন্ত পশু্ৰ্বাম ॥ ২১৭০৯
ক্ষত্ৰিয়ৰ অন্তকাৰী যইসে অন্তক।
কোনে ছন্ন কৰে মোৰ সবে ক্ষেত্ৰিয়ক ॥
তাৰ প্ৰতিকাৰ কৰো দেখো দেৱগণ।
হানিলা স্তম্ভন বাণ লগতে মোহন ॥ ২১৭১০
কৃষ্ণ অৰ্জ্জুনৰ ৰথ ৰাখিলা ঠাৱতে।
ভীষ্মৰ ৰথক ৰাখিলন্ত সেহিমতে ॥
সবে ৰাজাগণক ৰাখিলা থানে থান।
হস্তী ঘোঁৰা কটক গৰ্দ্দভ উট যান ॥ ২১৭১১
উভয় দলৰ যত যত সেনাগণ।
থিতাতে ৰাখিলা জমদগ্নিৰ নন্দন ॥
দেখি যেন নেদেখে সুশুনে দুয়ো কাণে।
মাতন্তেও নমাতে নেদন্ত সমিধানে ॥ ২১৭১২
চিত্ৰৰ পুতলি যেন ঠাইত তৰধ।
কুৰু পাণ্ডৱৰ সেনা ভৈলা নিশবদ ॥
কাংস পৰি জিম গৈল নজানিল কেবে।
ৰথে থাকি কেৱলে জানিলা বাসুদেবে ॥ ২১৭১৩
অৰ্জ্জুনক সম্বোধি বোলয় ভগবান।
কোন জনে হেন কৰ্ম্ম কৰে বিদ্যমান ॥
সবাহাৰে ৰথগতি কৰিলা বিৰাম।
নিশ্চয় জানিবা সখি আইলা পশু্ৰ্বাম ॥ ২১৭১৪
আনৰ শকতি হেন কৰিতে নোৱাৰে।
একে শৰে পশু্ৰ্বামে সংহাৰিতে পাৰে ॥
হেলা এৰি সখি তুমি যাহা আগবাঢ়ি।
কৰিয়ো সাদৰ তাঙ্ক যাউক ৰণ এৰি ॥ ২১৭১৫
নুহি তেৱে এবা মহাভাৰতৰ ৰণ।
একে পশু্ৰ্বামক জিনিবে কোনজন ॥
কৃষ্ণৰ বচনে বীৰে এৰি অপমান।
তিনি শৰে ৰামক কৰিলা বহুমান ॥ ২১৭১৬
ভীষ্ম দেখিলন্ত পশু্ৰ্বামৰ মহত্ত্ব।
সবে সৈন্ত জিম গৈল স্তম্ভাইলেক ৰথ ॥
ৰামৰ বীৰত্ব ৰাখি বুলিলা বচন।
শুনা মহাবীৰ প্ৰভু ৰাম নাৰায়ণ ॥ ২১৭১৭
তোমাৰ স্ৰজন সবে তোমাৰ পালন।
তুমিসে মিলাইছা মহাভাৰতৰ ৰণ ॥
সৃষ্টি স্থিতি প্ৰলয় পালন অধিকাৰী।
তুমিসে অন্যায় কৰা কি কৰিতে পাৰি ॥ ২১৭১৮
তোমাৰ আমাৰ যুদ্ধ নুহিকে প্ৰস্তাৱ।
হৌক ভাৰতৰ যুদ্ধ বাহুৰিয়া যাৱ ॥
হৰিবেসে কলা তুমি বিষ্ণু সমসৰ।
ক্ষত্ৰিয়ৰ অন্তকাৰী পৰম ঈশ্বৰ ॥ ২১৭১৯
জমদগ্নিসুত ৰাম ভৃগু বংশধৰ।
নিক্ষেত্ৰী কৰিলা সবে হৈহয় বংশৰ ॥
তোমাৰ অধীন সবে ক্ষেত্ৰী বীৰগণ।
তুমি ৰক্ষা কৰিলেসে সবাৰো জীৱন ॥ ২১৭২০
পৰিচয় শুনি ৰাম হৰিষিত মনে।
স্তম্ভন মোহন বাণ গুচাইলা তেখনে ॥
একে শৰে প্ৰসন্ন কৰিলা সবে ৰথ।
চেতন লভিলা সবে ৰাজাগণ যত ॥ ২১৭২১
সব সৈন্য লৈয়া বীৰগণ পটোৱাৰ।
জয় জয় ৰাম ঘুষিলন্ত বাৰে বাৰ ॥
সবাহাঙ্কে সম্বোধি মাতন্ত পশু্ৰ্বাম।
ভীষ্ম ধনঞ্জয় এবে কৰাহা সংগ্ৰাম ॥ ২১৭২২
ৰণভূমি লৰি পশু্ৰ্বাম চলি গৈলা।
ভীষ্ম ধনঞ্জয় সমৰক বাজ ভৈলা ॥
অভিমন্যু সহিতে কুমাৰ যত বীৰ।
যুদ্ধক প্ৰমুখ্যে সমৰত ভৈলা থিৰ ॥ ২১৭২৩
কৌৰৱ ৰাজাৰ পুত্ৰ লক্ষ্মণকুমাৰে।
ৰাজপুত্ৰগণ লৈয়া সম্মুখে সমৰে ॥
অভিমন্যু একলে সবাকো দিলা ধাৰ।
ৰবিৰশ্মি ঢাকি সবে কৈলা অন্ধকাৰ ॥ ২১৭২৪
বত্ৰিশ হাজাৰ ৰাজপুত্ৰ বলীয়াৰ।
গাৱে গাৱে কুৰি শৰে কৰিলা প্ৰহাৰ ॥
যেন মহাপৰ্ব্বতক বেঢ়ি মেঘচয়।
ছেদ ভেদ নাই অবিৰত বৰিষয় ॥ ২১৭২৫
ভ্ৰূক্ষেপ নাহিকে মহামত্ত গিৰিবৰ।
অভিমন্যু কুমাৰৰ সেহি পটন্তৰ ॥

যেন শিশুহস্তীগণে প্ৰমত্ত সিংহক।
ধৰি ধৰি মাৰে যত সিংহৰ জোলক ॥ ২১৭২৬
সেহিমতে অভিমন্যু ৰাজপুত্ৰগণ।
গোটে গোটে অভিমন্যু কৰিলেক ছন্ন ॥
লক্ষ্মণৰ হিয়াত বৈসাইলা কুৰি বাণ।
আৰো শৰে হাতত কাটিলা ধনুখান ॥ ২১৭২৭
চাৰি শৰে চাৰি ঘোঁৰা কাটিলা ৰথৰ।
আৰো শৰে সাৰথিক নিলা যমঘৰ ॥
ৰথভঙ্গে ভূমিগত লক্ষ্মণকুমাৰ।
সৈন্যৰ মাজক লাগি দিলেক লৰৰ ॥ ২১৭২৮
ছিদ্ৰ পাই অভিমন্যু ভাগিন কৃষ্ণৰ।
তিনি অযুতেক সেনা নিলা যমঘৰ ॥
ৰাজপুত্ৰগণ যত সমৰক আইলা।
যুদ্ধক বিমুখ হুয়া পাচ গুচি গৈলা ॥ ২১৭২৯
দুৰ্য্যোধনে দেখিলা পুত্ৰৰ ৰণভঙ্গ।
কাংস পৰি জীণ গৈলা নাহি ৰঙ্গঢঙ্গ ॥
কতো কতো ৰাজাগণ কান্দে পুত্ৰশোকে।
লক্ষ্মণকে গৰিহা কৰয় সৰ্ব্বলোকে ॥ ২১৭৩০
অভিমন্যু কুমাৰৰ দেখিয়া বীৰত্ব।
আগবাঢ়ি ধাইলা বৃষকেতু কৰ্ণসুত ॥
ধনুখান টঙ্কাৰি লৰিলা ৰথ বাই।
খৰতৰ মেঘ যেন গগনে উধাই ॥ ২১৭৩১
ফুৰি ফুৰি কুমাৰৰ চাপিলা সমীপে।
ভল্ল দশগোটা শৰ দিলা একে জোপে ॥
হৃদয়ত পৰি পুঙ্খমানে গৈল তল।
চোট পাই অভিমন্যু মনত বিকল ॥ ২১৭৩২
সাৰথিক বোলে ৰথ দিয়ো চমু কৰি।
যথা যাই তথাতে খেদিবো ভৰি ভৰি ॥
সাৰথি ডাকিলা ৰথ বায়ু বেগে যাই।
বৃষকেতু ৰথখান ভাঙ্গিলা কোবাই ॥ ২১৭৩৩
ৰথভঙ্গে ভূমিগত ভৈলা বৃষকেতু।
বৃষসেনে ধাইলা দেখি সমৰৰ হেতু ॥
অগ্নিত ফৰিঙ্গ যেন মৰিবাক জাসে।
ৰহ বুলি কুমাৰৰ চাপিলেক পাশে ॥ ২১৭৩৪
বজ্ৰসম দশ শৰ হানিলা সন্ধানে।
অভিমন্যু বাটতে কাটিলা দশ বাণে ॥
পুনৰপি শৰ তাঙ্ক মাৰিতে নেদিলা।
বৃষৰ হাতৰ ধনু মুঠিতে কাটিলা ॥ ২১৭৩৫
ধনুচ্ছেদ দেখি বৃষসেন মহাবীৰ।
আন ধনু ধৰিয়া যুদ্ধক ভৈলা থিৰ ॥
সিয়ো ধনু কাটিলা কুমাৰ অভিমন্যু।
পুনু বৃষসেন তুলি লৈলা আন ধনু ॥ ২১৭৩৬
সিয়ো ধনু হাতত কাটিলা মহামানী।
চাৰি ঘোঁৰা মাৰিলন্ত চাৰি শৰ হানি ॥
সাৰথিৰ মাথা ছেদিলেক আৰো শৰে।
হৃদয়ত কুৰি শৰ দিলা দৃঢ়তৰে ॥ ২১৭৩৭
শৰজালে বৃষসেন কৰ্ণৰ নন্দনে।
আগ পাচ চাই বীৰে পলাইবাক মনে ॥
হেন দেখি সুভদ্ৰা-কুমাৰ শৰ ধৰি।
কাটিলা কিৰীটি মস্তকৰ সীমা কৰি ॥ ২১৭৩৮
বৃষসেন বীৰৰ থলকি গৈল বুক।
হেন দেখি আগবাঢ়ি ধাইলেক উলুক ॥
হেন দেখি প্ৰতিবিন্দ দ্ৰুপদকুমাৰ।
হুহ বুলি ধনুখান কৰিলা টঙ্কাৰ ॥ ২১৭৩৯
সুবৰ্ণ পুঙ্খিয়া শৰে ছাইলা আকাশক।
নাকে মুখে কৰ্ণে বিন্ধে শকুনিপুত্ৰক ॥
নাহিকে উমান শৰ পৰে যত যত।
সাৰথিক বোলে মোৰ ফিৰি ডাক ৰথ ॥ ২১৭৪০
ওলটাই সাৰথি ডাকিলা ৰথ পুনু।
পিঠি চাই দশবাণ দিলা অভিমন্যু ॥
হিয়াত বজাইলা শৰ ভৈলা জৰ্জ্জৰিত।
লৰৰি চাপিলা দুৰ্য্যোধনৰ সন্নিত ॥ ২১৭৪১
প্ৰতিবিন্দ কুমাৰৰ দেখি ঘোৰ ৰণ।
আগবাঢ়ি ৰহিলা কুমাৰ বিৰোচন ॥
লহ লহ সৰ্প যেন জিহ্বা মেলি যাই।
হানিলা বিংশতি বাণ কুমাৰক চাই ॥ ২১৭৪২
হেন দেখি দ্ৰুপদনন্দন বীৰবৰে।
পথতে কাটিলা তাক খুৰপাত্তি শৰে ॥

মহাকোপে বিৰোচনে ধনু ধৰি ভ্ৰাটি।
প্ৰতিবিন্দ বীৰৰ ধনুক নিলা কাটি ॥ ২১৭৪৩
শকতি হানিলা বিৰোচনক দেখাই।
খণ্ড খণ্ড কৰিলা বাটত শৰে পাই ॥
পুনৰপি কোপমনে প্ৰতিবিন্দ বীৰে।
তীক্ষ্ণ শৰপাটক হানিলা সশৰীৰে ॥ ২১৭৪৪
হৃদয়ত পৰি পশিলেক হলহলি।
ৰথহন্তে কতো দূৰে পৰিলন্ত চলি ॥
বিৰোচন বীৰৰ যে দেখিয়া সংশয়।
পাণ্ডৱৰ কটকে কৰন্ত জয় জয় ॥ ২১৭৪৫
সঞ্জয় বোলন্ত ৰাজা শুনা যেন কথা।
ভীষ্ম অৰ্জ্জুনৰ যুদ্ধ ভৈলা যেন তথা ॥
কৃষ্ণ ধনঞ্জয় ভীষ্ম দুৰ্য্যোধন ৰায়।
সমৰত একেলগে প্ৰবেশিলা যাই ॥ ২১৭৪৬
ভীমসেন নকুল নৃপতি সহদেৱ।
সমৰক প্ৰতি গৈলা নৰহিলা কেৱ ॥
কুৰুবীৰগণ সবে ভৈলা পটোৱাৰ।
নাচয় গাৱয় খেড়ি খেলাৱে অপাৰ ॥ ২১৭৪৭
ঢেমসি খুমুচি বীণা মহৰী জগ্গৰা।
চাৰিশো দোতৰী বাঁশী বাৱয় দোতৰা ॥
চেৰে চেৰে চাপৰি বজাই ঠাই ঠাই।
দুয়ো সেনা নাচে আনন্দৰ সীমা নাই ॥ ২১৭৪৮
খিখিন্দ কৰিয়া সবে বসিলা ৰথত।
ভীষ্মসমে ধনঞ্জয় যুদ্ধে উপগত ॥
অৰ্জ্জুনে বোলন্ত শুনিয়োক পিতামহ।
প্ৰথমতে তুমি মোক প্ৰহাৰ কৰহ ॥ ২১৭৪৯
পাচে মোৰ মহিমা বুজিয়ো মহাবীৰ।
ৰঙ্গ চাই থাকোক নৃপতি যুধিষ্ঠিৰ ॥
হেন শুনি গাঙ্গেয়ৰ উঠি গৈলা কোপে।
মন্ত্ৰ সমে কৰি শৰ দিলা একে জোপে ॥ ২১৭৫০
একো একো শৰৰ মহিমা বিপৰীত।
ৰক্ত পীত নীল শ্বেত লোহিত হৰিত ॥
চিত্ৰ যে বিচিত্ৰ শৰ বজায় অপাৰ।
কতো সিংহ মুখৰ বদন বিস্তাৰ ॥ ২১৭৫১

গৰুড় মুখীয়া শৰ পিশাচ বদন।
শৰৰ মুখৰ হন্তে বজাই ঘনে ঘন ॥
গগন মণ্ডল জুৰি পৃথিৱী ঢাকিলা।
নেদেখিয় ৰণভূমি কুহুৰি পৰিলা ॥ ২১৭৫২
সিংহ বাঘ কোৰঞ্চ কুকুৰা ৰিহঙ্গম।
ৰাক্ষস পিশাচ সবে কৰয় বিক্ৰম ॥
আটাসতে কৰ্ণ ফালে হৃদি কম্প লৰে।
মেঘৰ গৰ্জ্জন যেন ধাৱে বৃষ্টি পৰে ॥ ২১৭৫৩
মাধৱে বোলন্ত সখি-বৰ আথান্তৰ।
সহিবে নোৱাৰো আৰু গাঙ্গেয়ৰ শৰ ॥
সৈন্যক ৰাখিয়ো কিবা ৰাখা আপোনাক।
চাৰি ভাইক ৰাখিয়োক ৰাখিয়ো আমাক ॥ '৫৪
কৃষ্ণৰ বচনে অৰ্জ্জুনৰ বৰ দুখ।
বুলিবে লাগিলা হুয়া কৃষ্ণক সম্মুখ ॥
ভীষ্মৰ মহিমা দেখি হৃদয় কাম্পয়।
কি কৰিবো সত্বৰে কহিয়ো কৃপাময় ॥ ২১৭৫৫
গোবিন্দে বোলয় সখি এৰা আলজাল।
যুদ্ধ এৰি বিমুখে মৰণ সুহি ভাল ॥
ইহলোকে জয় পৰলোকে মোক্ষ হয়।
হেন জানি ভীষ্মক নকৰা তুমি ভয় ॥ ২১৭৫৬
কৃষ্ণক প্ৰণামি ধনঞ্জয় লৈলা অস্ত্ৰ।
মনত পৰিলা শঙ্কৰৰ পাশুপত্ৰ ॥
মন্ত্ৰসমে গুণত জুৰিলা মহাবল।
সাগৰ নগৰ মহী কৰে টলবল ॥ ২১৭৫৭
অৰ্জ্জুনে অস্ত্ৰক পাচে বুলিলা যুগুতি।
তোমাসাক দৰশনে সৈন্যৰ মুকুতি ॥
ভীষ্মৰ শায়কে দেখো সৈন্যৰ মৰণ।
মোক ৰাখি ছেদিয়ো সমস্তে অস্ত্ৰগণ ॥ ২১৭৫৮
এহি বুলি হাতৰ এৰিলা শৰপাট।
বিদ্যুতসঞ্চাৰে যে চক্ষুত মাৰে চাট ॥
ঘনে বজ্ৰ পৰে ঘোৰ মেঘৰ আটাস।
যেন প্ৰলয়ৰ চণ্ড প্ৰচণ্ড বতাস ॥ ২১৭৫৯
জ্বালে কলাজৰা ভৈলা যত বীৰগণ।
কতোক্ষণে দশোদিশ কৰিলা প্ৰলয় ॥

গোটেকো নবৈলা শৰ গঙ্গাৰ সুতৰ।
ছন্ন কৰিলন্ত কাটি জগত পসৰ ॥ ২১৭৬০
অৰ্জ্জুনে দেখন্ত ভীষ্ম আছে একেশ্বৰ।
ধন্য ধন্য অস্ত্র মোক দিলা মহেশ্বৰ ॥
পাচে পাশুপতক আঞ্জলি পাতি লৈলা।
হৰক প্ৰণাম কৰি তূণ মাজে থৈলা ॥ ২১৭৬১
সাক্ষাতে দেখিলা ভীষ্ম অস্ত্রৰ প্ৰভাৱ।
সাধু সাধু মহাবীৰ মধ্যম পাণ্ডৱ ॥
ধন্য ধন্য পাশুপত্র অস্ত্র মধ্যে সাৰ।
বীৰতো উত্তম ধনঞ্জয় বলীয়াৰ ॥ ২১৭৬২
কৌৰৱ পাণ্ডৱ সেনাগণে চাই চাই।
অৰ্জ্জুনক প্ৰশংসা কৰন্ত ঠাই ঠাই ॥
গোবিন্দে বোলন্ত সখি তোমাৰ মহিমা।
লগে থাকি কৰিব নোৱাৰো মই সীমা ॥ ২১৭৬৩
ভীষ্মৰ শৰৰ সবে গুচিল জঞ্জাল।
এৱে সাৱধানে যুদ্ধ কৰিলেসে ভাল ॥
আৰ্জ্জিত কৰ্ম্মক জানা ভুঞ্জিলেসে ক্ষয়।
বিলম্ব নকৰি যুদ্ধ কৰা ধনঞ্জয় ॥ ২১৭৬৪
কৃষ্ণৰ বচনে ধনঞ্জয় সাৱধান।
ভীষ্মৰ কাটিলা ধনু অঙ্গুষ্ঠ প্ৰমাণ ॥
পুনৰপি হানিলা প্ৰচণ্ড কুৰি বাণ।
সাৰথিৰ ৰথক কৰিলা খান খান ॥ ২১৭৬৫
বিৰথি বিধনু হুয়া গঙ্গাৰ নন্দনে।
অৰ্জ্জুনক খেদি গৈলা মহাকোপ মনে ॥
মাৰো অৰ্জ্জুনক বুলি তেজিলা আটাস।
লৱৰন্তে বীৰে গই চাপিলেক পাশ ॥ ২১৭৬৬
মাধৱে বোলন্ত সখি ভৈল সৰ্ব্বনাশ।
ভীষ্ম খেদি পাইলে আসি আৰ কৈক যাস ॥
মই ৰথ ডাকো তুমি নকৰিবা ভয়।
অক্ষয় তূণৰ শৰ লৈলা ধনঞ্জয় ॥ ২১৭৬৭
আথাকে হানিবে লৈলা গগন বিয়াপি।
ভীষ্মৰ চৌপাশে শৰে ধৰিলেক চাপি ॥
নাকে মুখে কৰ্ণে পিঠি ভেদিলা হৃদয়।
আন্তৰি ফুৰয় ৰথ কৃষ্ণ ধনঞ্জয় ॥ ২১৭৬৮
চটচটি বিন্ধে শৰ ভীষ্মৰ গাৱত।
তথাপি নিফিৰে বীৰে দাৰুণ ক্ৰোধত ॥
মুণ্ড তুলি অৰ্জ্জুনক চাহে যেতিক্ষণ।
বায়ুবেগে ৰথ অন্তৰাইলা নাৰায়ণ ॥ ২১৭৬৯
চৌভিতি বেঢ়িয়া শৰ যাই ধাৰাসাৰে।
যেন টুনি টোকোৰা বৃক্ষত একাকাৰে ॥
চক্ষু মেলিবাক নোৱাৰন্ত বীৰবৰ।
বিষে লালকাল ভৈলা কম্পে কলেৱৰ ॥ ২১৭৭০
ঢলো পৰো কৰে বীৰ উদবেগ মতি।
আন ৰথ সাৰথি যোগাইলা কুৰুপতি ॥
তাহাতে চড়িয়া বীৰে সাষ্টামন হুই।
খেদন্ত ৰথত কৃষ্ণ ধনঞ্জয় দুই ॥ ২১৭৭১
শৰতৰ মেঘ যেন বৃষ্টি দূৰ কৰি।
প্ৰকাশ কৰন্ত ধনঞ্জয় দেৱহৰি ॥
ভীষ্মৰ গাৱত শৰ যতেক মাৰিলা।
আজুৰি আজুৰি তাক সাৰথি কাঢ়িলা ॥ ২১৭৭২
তথাপিতো সমৰক অধিকে আক্ৰান্ত।
ঘনে ঘনে কৃষ্ণ অৰ্জ্জুনৰ ভিতি চান্ত ॥
শুন তই সাৰথি মোগোৰ বোল ধৰা।
পাণ্ডৱী সৈন্যক প্ৰতি ৰথ চমু কৰা ॥ ২১৭৭৩
চতুৰ্ভিতি বেঢ়িবো সৈন্যৰ বৃন্দামাৰ।
কৃষ্ণ অৰ্জ্জুনক যুদ্ধ কৰো আৰোবাৰ ॥
হেনমতে ৰথখান ডাকিলা সাৰথি।
হেনমতে আসে সবে সেনাগণ ৰথী ॥ ২১৭৭৪
দুৰ্য্যোধন ৰাজাৰ সাধিবো মনোৰথ।
হেন শুনি সাৰথি ধৰিলা চমু পথ ॥
কৃষ্ণ ধনঞ্জয় দুইকো বোলা বুলি কৰি।
নিমিষেকে ৰথখান ডাকিলা অন্তৰি ॥ ২১৭৭৫
সৈন্য মাৰি গৈলা বীৰে চাপিলা কাথৰি।
পাচে পাচে খেদে ধনঞ্জয় দেৱহৰি ॥
সহস্ৰ সংখ্যাত শৰ পাচন্তে হানয়।
তথাপি সৈন্যক মাৰে কৰি বিপৰ্য্যয় ॥ ২১৭৭৬
অতিশয় ৰথক ডাকন্ত বনমালী।
ধনঞ্জয় ভীষ্মক সমৰে লৈলা পালি ॥

পাচ কৰি ভীষ্মক আগত সব্যসাচী।
কুৰি গোটা ভল্লশৰ দিলা বাছি বাছি ॥ ২১৭৭৭
দেখন্ত মাধৱ ধনঞ্জয় আগ ভৈলা।
তেখনে উঠিয়া বীৰে সম্মুখক গৈলা ॥
অৰ্জ্জুনে বোলন্ত শুনিয়োক পিতামহ।
আজি দেখো ভৈলা বীৰ সেনাৰ বিগ্ৰহ ॥ '৭৮
মোক এৰি সৈন্যক মাৰাসা কেনে ইচ্ছা।
মহন্তৰ হেন ধৰ্ম্ম সকলহি মিছা ॥
হেনসে নিৰ্দ্দয় ভৈলা কটকৰ উলি।
তোমাকেসে বখানয় মহাবীৰ বুলি ॥ ২১৭৭৯
ছেগ চাই গৰুক সংহৰে যেন বাঘে।
যি ভৈল সি ভৈল আৰ কি কৰিবে লাগে ॥
তাৰ প্ৰতিকাৰ কৰো মোৰ দোষ নাই।
ৰাখোক এখন কৌৰৱৰ শত ভাই ॥ ২১৭৮০
এহি বুলি অৰ্জ্জুনে মনত অৱধানে।
তূণহন্তে বাছিয়া লৈলেক বজ্ৰবাণে ॥
মন্ত্ৰসমে জুৰিলেক ধনুৰ গুণত।
মেঘ সম গৰ্জ্জয় ভীষ্মৰ সমুখত ॥ ২১৭৮১
ঘোৰ অন্ধকাৰ ভৈল নমনিয় পথ।
থিতাতে ৰৰাইলা ভীষ্ম নচলয় ৰথ ॥
বিজুলী চমক মাৰে চক্ষু জলমল।
গঙ্গাদেৱী বোলে কাৰ্য্য ভৈল অকুশল ॥ ২১৭৮২
অৰ্জ্জুনে এৰিয়া অস্ত্ৰ আসে বৰ মতে।
হাত মেলি দেৱী ধৰিলেক আকাশতে ॥
ওলটাই পঠাইলা শৰ নপাইলেক চল।
ভীষ্মৰ গাৱত পুনৰপি ভৈলা বল ॥ ২১৭৮৩
সম্বৰি ৰাখিলা ছয় দিনৰ সমৰ।
কৃষ্ণ অৰ্জ্জুনক চাই দিলন্ত উত্তৰ ॥
সবে হস্তে বীৰগণে অস্ত্ৰ শস্ত্ৰ থই।
ক্ষণেকে সম্বোধি দেখাদেখি থাকে ৰই ॥ '৮৪
অৰ্জ্জুনে বোলন্ত মোৰ সৈন্যৰ বিপত্তি।
কিসক সমৰ কৰিবাক লাগে খতি ॥
কটকৰ দুখ দেখি মই কিবা কৰো।
হেন মন কৰে নিশাভাগে যুদ্ধ কৰো ॥ ২১৭৮৫
কিবা ৰাত্ৰি কিবা দিন কিবা সুখ দুখে।
যুদ্ধতেসে গতি হৌক মৰণ সম্মুখে ॥
মাধৱে বোলন্ত সখি এৰা মনস্তাপ।
সৈন্য মাৰি ভীষ্ম বৰ আচৰিলা পাপ ॥ ২১৭৮৬
ৰজনী প্ৰভাতে তাৰ দিবা প্ৰতিফল।
এখন সমৰ ৰাখি ঘৰাঘৰি চল ॥
অস্তগত ভৈল ৰবি শৰীৰত শ্ৰম।
মাৰন্তা মৰন্তা দুইহান্তৰো দুখ সম ॥ ২১৭৮৭
ভীষ্ম বোলে ধনঞ্জয় নকৰিবা ৰোষ।
মৰন্তা সৈন্যক প্ৰতি এৰা অসন্তোষ ॥
জয় পৰাজয়কেসে মনে অৱধান।
প্ৰভাতৰে পৰা যুদ্ধ কৰিয়ো প্ৰধান ॥ ২১৭৮৮
মহাভাৰতৰ যুদ্ধ যাৱে উপশাম।
তাৱত নখণ্ডে দুখ দাৰুণ সংগ্ৰাম ॥
হেনয় বচন শুনি উভয় দলৰ।
যুদ্ধ এৰি বীৰগণ প্ৰবেশিলা ঘৰ ॥ ২১৭৮৯
নমো নমো পৰম পুৰুষ দেৱহৰি।
পশিলো শৰণে মোক নিয়োক উদ্ধাৰি ॥
সভাসদ লোকে দুখ কৰা উপশাম।
মুখ ভৰি সঘনে ঘুষিয়ো ৰাম ৰাম ॥ ২১৭৯০

---

সপ্তম দিনৰ যুদ্ধ আৰম্ভ

দুলড়ী

পাচে যুধিষ্ঠিৰে পশিলা মন্দিৰে
লগে কৃষ্ণ ধনঞ্জয়।
আসনত বসি বৈলা বিমৰিষি
মনত বৰ সংশয় ॥
ভীমসেনে উঠি ৰাজাক সম্বোধি
বোলন্ত প্ৰিয় বচন।
নকৰা সংশয় শুনা মহাশয়
সাধিবোহো প্ৰয়োজন ॥ ২১৭৯১

দাৰুণ কৌৰৱ নাহি পৰাভৱ
তাক নকৰিবা ভীত ।
কালিৰ সমৰে গঙ্গাৰ কুমাৰে
আসোক মোৰ সন্নিত ॥
টেৰ্ণ্টন বুঢ়াৰ কপট দুৱাৰ
ভাঙ্গিবো গদাৰ বাৰি ।
পাণ্ডৱী সেনাৰ কৰো প্ৰতিকাৰ
প্ৰথমে ভীষ্মক মাৰি ॥ ২১৭৯২
কৌৰৱ ৰাজাক পাচে ধৰো তাক
দ্ৰৌপদীৰ সাধো মান ।
দুঃশাসন জোৰ আণ্টা পাওক মোৰ
শকুনি হৌক নিৰ্য্যাণ ॥
কৰ্ণক যুজিবো বীৰত্ব বুজিবো
দ্ৰোণ অশ্বত্থামা কৃপ ।
শৈল্য ভুৰিশ্ৰৱা মাগধ পলায়া
কাম্বোজ কলিঙ্গ নৃপ ॥ ২১৭৯৩
সবাকে যুজিবো বীৰত্ব বুজিবো
অস্ত্ৰৰ সুজিবো ধাৰ ।
কোনজনাধিপ বলত অধিক
কত আছে অস্ত্ৰ কাৰ ॥
মোহোৰ সহায় কৃষ্ণ ধনঞ্জয়
নকুল যে সহদেৱ ।
দদা ধৰ্ম্মৰায় থাকা ৰঙ্গ চাই
সখা মাত্ৰ বাসুদেৱ ॥ ২১৭৯৪
বীৰত্ব বচনে সবাহাৰ মনে
হৰিষৰ নাহি পাৰ ।
যুধিষ্ঠিৰ ৰায় ধৰ্ম্মক চিনাই
বুলিলন্ত সমাচাৰ ॥
নমো ভগৱন্ত মহিমা অনন্ত
সুৰাসুৰে কৰে সেৱ ।
কুৰু সমুদ্ৰত পাণ্ডু সেনা যত
ৰক্ষা কৰা বাসুদেৱ ॥ ২১৭৯৫
মই সমে চাৰি ভাইক উদ্ধাৰি
আনো যত ৰাজামানে ।
সবাৰে কাৰণ তুমিসে তাৰণ
ৰাখিয়ো অভয়দানে ॥
কৃষ্ণৰ চৰণে পশিয়া শৰণে
ধৰ্ম্মৰাজা যুধিষ্ঠিৰ ।
অৰ্জ্জুনক ধৰি পৰম সাদৰে
মণ্ডিলা সব শৰীৰ ॥ ২১৭৯৬
ধৰ্ম্মৰ আশ্বাসে খণ্ডিল প্ৰয়াসে
ঘাৰ বিষ দূৰ ভৈলা ।
মধুৰ বচনে মাতিয়া আশ্বাসে
ৰাজাক বুলিবে লৈলা ॥
নকৰা বিমন ধৰ্ম্মৰ নন্দন
ভীষ্মৰ বীৰত্ব দেখি ।
কালি সমৰক পঠাইবো ভীমক
থাকিবা পথ উপেক্ষি ॥ ২১৭৯৭
যেন লাগে হৌক কৌৰৱে দেখোক
ভীম ধনঞ্জয় যাইবো ।
যত বীৰগণ বাঢ়ি দেউক ৰণ
সবাৰে বীৰত্ব চাইবো ॥
কালিৰ সমৰে যিটো অস্ত্ৰ ধৰে
তাকেসে ফুৰো বিচাৰি ।
যেবে পিতামহ কৰন্ত বিগ্ৰহ
তেহো সমস্তৰে ভাৰি ॥ ২১৭৯৮
বৃদ্ধৰ কুমতি দিবো সদগতি
চাপচুপ চাটি চুটি ।
ভীষ্মক ৰাখোক আমাক জিনোক
আছে বীৰ যত গুটি ॥
নকুলে ৰাখোক পাণ্ডৱী কটক
সহদেৱ তনু সখা ।
দ্ৰুপদ বিৰাট ৰাখিবাহা বাট
ধৃষ্টদ্যুম্ন হৈবালখা ॥ ২১৭৯৯
মাধৱৰ্মদা শুনা মহামতি
মনে নকৰিবা দুখ ।
তোমাৰ সমান প্ৰিয় নাহি আন
কৌৰৱ হৰি বিমুখ ॥

বাল্মীকি কহিছা শ্ৰীৰামৰ ইচ্ছা
সীতা হৰণৰ কাজে।
সাগৰ তৰিয়া ৰাৱণ মাৰিয়া
উদ্ধাৰিলা ৰঘুৰাজে ॥ ২১৮০০
যৈসানি দ্ৰৌপদী কহিলন্ত কান্দি
কেশ দিয়া চৰণত।
তৈসানিৰে পৰা কুৰুবীৰ মৰা
কৈলো ৰাজসমাজত ॥
ভীষ্ম দ্ৰোণ কৃপ দুৰ্য্যোধন নৃপ
দুঃশাসন বীৰ কৰ্ণ।
দুঃসহ দুৰ্ম্মুখ শকুনি উলুক
লক্ষ্মণ আৰু বিকৰ্ণ ॥ ২১৮০১
এসম্বে সমুলি যুজিবেক কালি
তোমৰা সমস্ত বীৰ।
দুখ পৰিহৰি শ্ৰম দূৰ কৰি
থাকিয়োক যুধিষ্ঠিৰ ॥
কৃষ্ণৰ বচনে শান্ত হুয়া মনে
পশিলা পাচে মন্দিৰ।
স্নান পান কৰি হৰিক স্মৰি
শুতিলন্ত যুধিষ্ঠিৰ ॥ ২১৮০২
ঋষিয়ে বোলন্ত কহি নপাওঁ অন্ত
ইসবে ৰহোক কথা।
সপ্তম দিনৰ ভৈল যুদ্ধ যত
শুনা কহো তাৰ কথা ॥
চৰ কহিলেক ভীষ্ম শুনিলেক
পাণ্ডৱৰ আলোচন।
ৰাজাত কহিলা বিষাদ মিলিলা
মৰ্ম্ম কৰে দুৰ্য্যোধন ॥ ২১৮০৩
ঊনশত ভাই কৰি এক ঠাই
বসিলা সমাজ পাতি।
মহা বীৰগণ দিয়া গুৱা পাণ
সবাকে আনিয়া মাতি ॥
চৰ কহিবাৰ যেন সমাচাৰ
ৰাজাৰ মুখে শুনিলা।
বৰ বৰ বীৰে উপৰক শিৰে
ৰাজাক চাই বুলিলা ॥ ২১৮০৪
ভয় পৰিহৰা মোৰ বোল ধৰা
দুঃশাসনে মাতে বাঢ়ি।
মই সমে যত বীৰ মৰমন্ত
প্ৰথমে ভীমক জাৰি ॥
অৰ্জ্জুনকো ধৰো লগে বন্দী কৰো
তেবে হৈব মুনিষাই।
অগ্নিত পতঙ্গ নলৰয় সঙ্গ
জাসে মৰিবাক যায় ॥ ২১৮০৫
বৃষ্টি জল পাই মৎস্যে নজানয়
খালে জোল কৰে বাস।
জল শুখাই পৰে বেঢ়ি তাক ধৰে
একে তিলে হোৱে নাশ ॥
এহিমতে বেঢ়ি কৰো যুদ্ধ খেড়ি
ৰজনী হৌক প্ৰসন্ন।
ভালেসে বুলিলা সবে প্ৰশংসিলা
পাচে মাতিলেক কৰ্ণ ॥ ২১৮০৬
মোহোৰ বীৰত্ব নজান যিহেতু
ধনঞ্জয় বৃকোদৰ।
গুচাওঁ উপালম্ভ নকৰা বিলম্ব
ভীম অৰ্জ্জুনক ধৰ ॥
এহি দুই জন সমৰে কদন
যেন উদয়াৰ ষাণ্ড।
জীৱন্তে ধৰিবো বিগুতি মাৰিবো
কৰিবো সৈন্যক দণ্ড ॥ ২১৮০৭
কৰ্ণৰ বচন শুনি দুৰ্য্যোধন
দুঃসহ দুৰ্ম্মুখ তিনি।
একেবাৰে উঠি ধৰি বজ্ৰমুঠি
অন্যোঅন্যে বোলে বাণী ॥
আমি তিনি ভাই একে জোপে ধাই
সহদেৱ নকুলক।
দুইকো ধৰি আনি থৈবো গৰ্ত্ত খানি
পাচেসে ধৰো ধৰ্ম্মক ॥ ২১৮০৮

শকুনি দুৰ্ম্মুখ উঠিল উলুক
হাতে ধৰি গদা বাৰি।
দ্ৰুপদ বিৰাট যৈত চাহি বাপ
ধৰো বীৰঘণ্টা লাৰি ॥
সৈন্যৰ সি শাল গুচাইবো জঞ্জাল
মাৰি এৰা একে জোপে।
দ্ৰোণ অশ্বত্থামা আৰ কৃতবৰ্ম্মা
বুলিবে লাগিলা কোপে ॥ ২১৮০৯
কৃষ্ণ অৰ্জ্জুনক যুজা সম্মুখত
দেখি থাকো সেনাপতি।
ধৰ্ম্মৰাজা পাচে যথা ৰহি আছে
কৰিবো তান বিপত্তি ॥
ৰাখিবাৰ আসে জিনৌ অপ্ৰয়াসে
তাহাকো নগণে মনে।
সবাকে নিবাৰি জনে জনে ধৰি
পাঠাওঁ যম কৰণে ॥ ২১৮১০
এতেকে ৰজনী পুহাইলেক আসি
চমকিল জয়ঢোল।
ভীষ্ম নিগদতি শুনিয়ো নৃপতি
বুজিবো সবাৰে বোল ॥
কৌৰব পাণ্ডৱ মহা পৰাভৱ
আজিৰ সমৰে দেখা।
ভীষ্ম ধনঞ্জয় মিলাইবে যেনয়
কাক কোনে কৰে লেখা ॥ ২১৮১১
নকৰো সঙ্কোচ সমৰক তুচ্ছ
নকৰো মনে সংশয়।
কাণ পাতি শুনা আসিলা অৰ্জ্জুন
শঙ্খধ্বনি জয় জয় ॥
বিস্ময় এৰিয়া থিৰ কৰি হিয়া
বজাইলেক কুৰুবীৰ।
আগে বৃকোদৰ পাচে দামোদৰ
ধনঞ্জয় যুধিষ্ঠিৰ ॥ ২১৮১২
সব সৈন্য মিলি ভীষ্ম মহাবলী
ৰণভূমি প্ৰবেশিলা।
দুৰ্য্যোধন ৰায় ঊনশত ভাই
সহিতে লগে আসিলা ॥
যত ৰাজাগণ দিলা দৰশন
উভয় দল প্ৰচণ্ড।
শঙ্খ শিঙ্গা ভেৰী বজাৱে চাপৰি
বেঢ়ি বাৱে বাদ্য ভণ্ড ॥ ২১৮১৩
ভীষ্মৰ সহায় দুৰ্য্যোধন ৰায়
শৈল্য ভূৰিশ্ৰৱা ধীৰ।
কলিঙ্গ কাম্বোজ ৰাজা কুন্তীভোজ
সুবল মাগধ বীৰ ॥
দ্ৰোণ অশ্বত্থামা কৃপ কৃতবৰ্ম্মা
উত্তমৌজা যুধামন্যু।
ভীষ্মক ৰাখিয়া সৈন্য উপেক্ষিয়া
গাৱে গাৱে লৈয়া ধনু ॥ ২১৮১৪
দুঃশাসন বীৰ সৈন্য কৰি থিৰ
ভীমক লগাইলে মাত।
তোহোৰ কাৰণ সৈন্য ভাগে ৰণ
এৰাই যাহা মোৰ হাত ॥
ধনুখান ধৰি দশন কামুৰি
টঙ্কাৰ কৰিলা বলে।
ভল্ল দশবাণ কৰিয়া সন্ধান
ভীমৰ সম্মুখে চলে ॥ ২১৮১৫
তাহাৰ সহায় যত ৰাজাচয়
দুৰ্য্যোধন মাত্ৰ আছে।
তাহাঙ্কে যুজিবো ভয় নকৰিবো
তেবেসে বুজিবো পাচে ॥
গাৱে গাৱে শৰ দিলা নিৰন্তৰ
সবে হুয়া একসাজ।
ক্ৰোধে বৃকোদৰ যম সমসৰ
পশিলা সমৰ মাজ ॥ ২১৮১৬
কৃষ্ণত জনাই অৰ্জ্জুনক চাই
হাতে গদাগোট তুলি।
নগণি শৰক দিলেক জোলক
মাৰো দুঃশাসন বুলি ॥

নিমিষেকে গৈয়া খেদি লাগ লৈয়া
ভাঙ্গিলা ৰথ কোবাই।
সাৰথিক মাৰি লগুটিকা পাৰি
দুঃশাসন পলাই যায় ॥ ২১৮১৭
ৰাধেয়ক পাইলা ৰথ বেলগাইলা
ভেজায়া গদাৰ বাৰি।
দুঃসহ দুৰ্ম্মুখ একেলগে তিনি
আগভেণ্টি দিলা ধাৰি ॥
ভীমে লাগ পাই নিলা বেলগাই
নিদলি তিনিৰো ৰথ।
তিনিয়ো সমুলি হাতে গদা তুলি
ভীমৰ ভেণ্টিলা পথ ॥ ২১৮১৮
ক্ৰোধে ভীমসেন মত্তসিংহ যেন
তিনিকো পাইলেক যাই।
দুঃশাসন বীৰ কাম্পয় শৰীৰ
গদাত গদা ভেজাই ॥
দুঃসহ দুৰ্ম্মুক ভৈলেক সমুখ
ভীমে লাগ পাই দাপি।
দুইয়ো গদাৰ অগনি প্ৰহাৰ
খেদি গৈলা পাশ চাপি ॥ ২১৮১৯
দেখি দুয়ো ভাই গদাক উচাই
প্ৰহাৰিতে চাহে ছল।
দেখি বৃকোদৰ ক্ৰোধ গুৰুতৰ
বিপোহো গাৱত বল ॥
মাৰি গদাবাৰী পেলাইলা আচাৰি
সন্ধানে মাৰিলা লাথি।
দুঃসহক ধৰি মুণ্ড তল কৰি
যেন ময়মত্ত হাতী ॥ ২১৮২০
দুৰ্ম্মুখ পলাই ভীম খেদি পাই
উভাৰি পেলাইলা কেশ।
গলচক্ৰা মাৰি পেলাইলা আচাৰি
সব্যকে মৃতক বেশ ॥
পাছে গুৰু দ্ৰোণে নলহিলা মনে
ভীমৰ বীৰত্ব দেখি।
ধৰ্ম্মক ধৰিতে লৰিলা ত্বৰিতে
সবাকো ৰণে উপেক্ষি ॥ ২১৮২১
দেখি ধৃষ্টদ্যুম্নে নসহিলা মনে
সন্মুকি আছিলা ৰই।
দ্ৰুপদ বিৰাট ভেণ্টিলেক বাট
নকুলে পাইলেক গই ॥
দ্ৰোণক আৱৰি শৰবৃষ্টি কৰি
মেঘে যেন ঢাকি জল।
নাকে মুখে কাণে নিসন্ধিলা বাণে
পলাইবাৰ নাই ছল ॥ ২১৮২২
ভীমে লাগ পাই ভাঙ্গিলা কোবাই
ৰথখান একেবাৰে।
উলটি পলাই ভীমে খেদি যাই
যাকে যৈতে পাই মাৰে ॥
শুকান বনক বহ্নি যেনমতে
দহি কৰিলেক ছন্ন।
শৈল্য ভুৰিশ্ৰৱা দুইহাস্তক লৈয়া
বজাইল্লেক দুৰ্য্যোধন ॥ ২১৮২৩
ৰহ বৃকোদৰ পেষো যমঘৰ
আৰকা ফিৰি নযাস।
ভল্ল কুৰি বাণ কৰিলা সন্ধান
সমুখে চাপিয়া পাশ ॥
নৃপতিৰ শৰ সহি বীৰবৰ
মহাবেগে খেদি যায়।
ভাঙ্গি ৰথখান কৰিলা নিৰ্য্যাণ
ভূমিগত কুৰুৰায় ॥ ২১৮২৪
আজোৰা আজুৰি কৰি ধৰাধৰি
সৈন্য নিলা অন্তৰাই।
ভুৰিশ্ৰৱা লৰি পলাইলা অন্তৰি
মুণ্ড চাৰে খেপিয়াই ॥
দেখিয়া বিকৰ্ণ চোবাৱে দশন
টঙ্কাৰিয়া চক্ৰ ধনু।
ভীখাল শত্ৰুক হানিলা প্ৰত্যেক
ভীমে সংহৰিলেক পুত্ৰ ॥ ২১৮২৫

পাচে বিকর্ণক দিলেক জোলক
যেন মযমত্ত গজ।
সেহি ছেগে যাই ভাঙ্গিলা কোবাই
ৰথৰ পতাকা ধ্বজ ॥
বিকর্ণ পলাই কৃপে লাগ পাই
পাচ কৰি ৰৈলা আগে।
উলটি কৃপক দিলেক জোলক
যেন ভোকাতুৰ বাঘে ॥ ২১৮২৬
ঘোৰ গদা দাঙ্গি ৰথখান ভাঙ্গি
কান্ধত মাৰিলা বাৰি।
খৰ হুয়া যায় হামুখুৰি খায়
কেৱলে নপাই সাৰি ॥
তাহান সঙ্কট দেখিয়া কণ্টক
কৃতবর্ম্মা দিলা লৰ।
ভীমে খেদি পাই নিলা উৰুৱাই
লঘু কৰিলেক বৰ ॥ ২১৮২৭
পাচে চিৰঞ্জীৱ আগে ভৈল থিয়
ভীমে নসহিলা তাক।
দ্রোণেয়ো সন্ধানে একশত বাণে
ভীমক দিলন্ত জাক ॥
ক্রোধত আগল সমৰে পাগল
চাহন নযায় মুখ।
নগণি শৰক দ্রোণৰ পুত্রক
গদাই লাৰিলা বুক ॥ ২১৮২৮
পলায় দ্বিজবৰ খেদে বৃকোদৰ
ভীষ্ম দেখিলন্ত পাচে।
সাৰথিক বোলে চপায়ো সকলে
বৃকোদৰ যথা আছে।
ভীমক খেদন্ত দেখি ধনঞ্জয়
কৃষ্ণক বুলিলা বাণী।
ৰথ চমু কৰি দিয়ো দেৱহৰি
ভীষ্মক ফিৰাই জানি ॥ ২১৮২৯
নমো নাৰায়ণ নিত্য নিৰঞ্জন
ভকতক ৰঞ্জন হৰি।
কৃপাৰ সাগৰ নিজ ভকতৰ
ফুৰা ভয়ে ৰক্ষা কৰি ॥
শুনা সৰ্ব্বজন তেজি আন কাম
ধৰিয়ো হৰিৰ নাম।
কৃষ্ণৰ চৰণে পশিয়ো শৰণে
ডাকি বোলা ৰাম ৰাম ॥ ২১৮৩০

সপ্তম দিনৰ যুদ্ধ শেষ আৰু অষ্টম দিনৰ যুদ্ধ

পদ

সঞ্জয়ত পোছে ধৃতৰাষ্ট্ৰ মহীপাল।
আজি বৰ সমৰ প্ৰচণ্ড কোলাহল ॥
কহিয়ো সঞ্জয় মোৰ মনৰ সংশয়।
কি কাৰণে বিঙ্গৰাৱ কৰে বীৰচয় ॥ ২১৮৩১
সঞ্জয় বোলন্ত ৰাজা শুনা কহো সাৰ।
কতেক কহিবো দুখ কৌৰৱী সেনাৰ ॥
দুৰ্য্যোধন প্ৰমুখ্যে সমস্তে কুৰুবীৰ।
ভীমৰ প্ৰহাৰে সবে ব্যথিত শৰীৰ ॥ ২১৮৩২
পলায় কৌৰৱী সেনা নলৱয় থাৰি।
মৰো মৰো ৰাখা ৰাখা মাতে গেৰি পাৰি ॥
চতৰ মাসত যেন টমকিল ঢোল।
কাকো কেৱে ৰক্ষা নাই কৰে আৰ্ত্তবোল ॥ '৩৩
হেন দেখি ভীষ্ম যেৱে ভীমক খেদয়।
পাচে পাচে খেদন্ত মাধৱ ধনঞ্জয় ॥
সৈন্য পাচ কৰি ভীষ্ম ৰৈলা আগুৱাই।
ৰৈলা সাগৰৰ ঢউ কাখৰিক পাই ॥ ২১৮৩৪
ভীম যেৱে ৰৈল ধনঞ্জয় আগুৱাৰ।
ভীষ্ম অৰ্জ্জুনৰ যুদ্ধ ভৈল পুনৰ্ব্বাৰ ॥
ভীষ্ম দিলা অৰ্জ্জুনক শৰ একশত।
ধনঞ্জয় কাটিলেক আসন্তে পথত ॥ ২১৮৩৫
দুনাই শৰ প্ৰহাৰিৰে চাৰে গঙ্গাসুতে।
মুঠিতে কাটিলা ধনুখান মহাত্ৰেনতে ॥
কাটা ধনু হাতৰ পেলাইলা দলি মাৰি।
আন ধনু সাৰথি যোগাইলা আগবাঢ়ি ॥ ২১৮৩৬
তাকো কাটি সাৰথিৰ কাটিলেক শিৰ।
চাৰি ঘোঁৰা ৰথৰ ছেদিলা মহাবীৰ ॥

ভূমিত নামিলা পাই হাতে গদা ধৰি ।
বৃকোদৰে দেখি লাগ ধৰিলা লৰৰি ॥ ২১৮৩৭
ভীষ্ম বোলে বৃকোদৰ থাক পাচ হুই ।
ভূমিপাৰে গদা ধৰি আসা ধনঞ্জয় ॥
হেন শুনি অৰ্জ্জুন চাহন্ত নামিবাক ।
পিঠিত চাপৰ মাৰি কৃষ্ণে দিলা হাক ॥ ২১৮৩৮
তথাপি নামিবে চাহে দেখি জগন্নাথে ।
থাপ দিয়া অৰ্জ্জুনৰ ধৰিলন্ত হাতে ॥
দেখিয়া নেদেখা কেনে গাঙ্গেয়ৰ বল ।
ধৰিবাক প্ৰতি মাত্ৰে চাহি আছে চল ॥ ২১৮৩৯
তুমি বিনে পাণ্ডৱৰ শূন্য বসুন্ধৰী ।
ভীষ্ম যেৱে ৰাথয় প্ৰবন্ধে গদা ধৰি ॥
তেৱেসে তোমাৰ হৈব যুদ্ধ সমাপতি ।
কৌৰৱে ভুঞ্জোক অকন্টকা বসুমতী ॥ ২১৮৪০
কৃষ্ণে যি বোলয় তাক নুশুনে অৰ্জ্জুনে ।
হেন দেখি আগবাঢ়ি মাতে দেৱগণে ॥
ভূমিপাৰে ভীষ্মক নোৱাৰে যুজিবাক ।
সুমৰিয়ো ধনঞ্জয় পূৰ্ব্বৰ কথাক ॥ ২১৮৪১
পৰশুৰামক ধৰি ফুৰাইলন্ত পাক ।
যেৱে ভীষ্ম লাগ পাৱে সম্মুখে তোমাক ॥
তবে কি আসিবা ফিৰি বীৰ ধনঞ্জয় ।
ৰথৰ নামিলা ভীষ্ম খানিকে ধৰয় ॥ ২১৮৪২
হেন শুনি অৰ্জ্জুনে উলটি বসিলন্ত ।
কৌৰৱক শুনায়া ভীষ্মক বুলিলন্ত ॥
মহন্ত আতাই তুমি কুৰুকুলে গহ ।
ৰথে ৰথে তোমাক যুজিবো পিতামহ ॥ ২১৮৪৩
সাৰথিৰ ৰথ ঘোঁৰা একঠাই কৰি ।
ঘোঁৰায়ে ঘোঁৰাক কামোৰয় ধৰি ধৰি ॥
সাৰথিক সাৰথি খাণ্ডাৰ দেই ঘাৱ ।
ক্ষণো অন্তৰয় কেহো হোৱে একঠাৱ ॥ ২১৮৪৪
ভীষ্মৰ সাৰথি মাধৱৰ খাণ্ডা ঘাৱে ।
ৰথ ডাকিবাৰ আৰ উমান নপাৱে ॥
অৰ্জ্জুনে খড়্গ মাৰি ভীষ্মক জপাই ।
ৰথে সমে একবাৰ নিলা হোঁহকাই ॥ ২১৮৪৫

পৰিবে খোজন্তে ভীষ্ম দেখি অন্ধকাৰ ।
ৰথে সমে সাৰথিক কৰি পৰিহাৰ ॥
পৃথিৱীত পৰি মূৰ্চ্ছা গৈলা মহাদুখে ।
মৃতকৰ বেশে পৰি ৰৈলা অধোমুখে ॥ ২১৮৪৬
কৌৰৱ দলত লাগি গৈল হাহাকাৰ ।
বুৰিল বুৰিল আৰে সম্যকে আমাৰ ॥
কৃষ্ণ ধনঞ্জয় একভিতি হুয়া ৰৈলা ।
মহামৰ্ম্মে দুৰ্য্যোধনে কান্দিবাক লৈলা ॥ ২১৮৪৭
তুমি বিনে আমাৰ সহায় নাহি আৰ ।
এৱেসে পাণ্ডৱে সবে পাইবে ৰাজ্যভাৰ ॥
মনোৰথ পূৰিলাহা মোহোৰ অভাগে ।
ভীষ্মৰ মৰণে মোৰ জীৱাক নলাগে ॥ ২১৮৪৮
যুধিষ্ঠিৰ আদি পাণ্ডৱৰ বীৰচয় ।
ভীষ্মক চাহিয়া সবে পৃথ্বী বিদাৰয় ॥
পাইলন্ত চেতন পাচে গঙ্গাদেৱী বৰে ।
ৰথ নাই পৰি আছে ধৰণী উপৰে ॥ ২১৮৪৯
কহিৰা সাৰথি ৰথ কৈক এৰি গৈলি ।
মোক প্ৰতি এতেক নিৰ্দ্দয় কেনে ভৈলি ॥
কৃষ্ণ অৰ্জ্জুনৰ সম্মুখত মোক ৰাখা ।
সাৰথিয়ে যুদ্ধ সময়ৰ আখা পাখা ॥ ২১৮৫০
কৈৰা কৃষ্ণ ধনঞ্জয় বীৰ বৃকোদৰ ।
সমৰক এৰি কেনে পশিলা নগৰ ॥
দুৰ্য্যোধন ৰাজা কৈত আছা ৰঙ্গ চাই ।
জানিলো তোহোৰ সমৰক মন নাই ॥ ২১৮৫১
সম্মুখতে কৃষ্ণ অৰ্জ্জুনৰ লাগ পাই ।
শুদা হাতে যুদ্ধক লৰিলা গিৰিসাই ॥
দেখি দুৰ্য্যোধনে ৰথ যোগাইলা তেখনে ।
ৰথে চড়ি ভীষ্ম সন্ধুকিলা কতোক্ষণে ॥ ২১৮৫২
সিদিনাৰ সমৰ আছোক এহিমানে ।
অষ্টম দিনাৰ যুদ্ধ শুনা সাৱধানে ॥
দুৰ্য্যোধনে ভীষ্মক ৰথত তুলি নিলা ।
বিশল্যকৰণী সমে বৈদ্য পাঠি দিলা ॥ ২১৮৫৩
বৈদ্যসবে কৰিলেক বৈশল্যকৰণী ।
ভীষ্মক ৰাখন্তে ভৈলা লোতাগ ৰজনী ॥

সুস্থ হৈয়া ভীষ্ম পাচে লগাইলেক মাত।
কৈৰা দুৰ্য্যোধন বুলি মেলিলেক হাত ॥ ২১৮৫৪
আসা আসা মোহোৰ নিকট চাপি ধৰা।
নপাওঁ চেতন মই জীৱন্তে কি মৰা ॥
কোল চাপি নৃপতি মাতন্ত ধীৰে ধীৰে।
এদিনাত কৰি ভাগৰিলা মহাবীৰে ॥ ২১৮৫৫
নাহিকে জয়তি মোৰ তুমি অবিহনে।
পাণ্ডৱে ভুঞ্জোক ৰাজ মই যাওঁ বনে ॥
ধৃতৰাষ্ট্ৰ পিতৃ মোৰ বিদুৰ খুৰাই।
মনোৰথ পূৰিবেক পাণ্ডৱক পাই ॥ ২১৮৫৬
সবে হন্তে ৰহে কি কৌৰৱ বীৰগণ।
একে মাত্ৰ চলিলো এৰেসে দুৰ্য্যোধন ॥
এহি বুলি মৰ্ম্ম কৰে দুৰ্য্যোধন ৰায়।
বসিলন্ত ভীষ্ম পাচে কেঙ্কাই কেঙ্কাই ॥ ২১৮৫৭
দুৰ্য্যোধন ৰাজাক মাতিলা মনদুখে।
প্ৰভাতে যাইবোহো মই যুদ্ধক সম্মুখে ॥
যেন লাগে হৌক তভো কৰিবো সমৰ।
জয় পৰাজয়ক কৰিলো সমসৰ ॥ ২১৮৫৮
প্ৰবোধ বচনে নৃপতিক পঠাই দিলা।
এতেকে ৰজনী আসি প্ৰসন্ন হইলা ॥
ঋষিয়ে বোলন্ত কথা এহিমানে থওঁ।
পাণ্ডৱ ৰাজাৰ কথা শুনা যেন কওঁ ॥ ২১৮৫৯
যুদ্ধ এৰি বীৰগণ একত্ৰে বসিলা।
প্ৰবোধ বচনে ধৰ্ম্মৰাজ আশংসিলা ॥
তুমিসবে মোহোক ৰাখিলা ভালমতে।
ভীষ্ম দুখ পায়া আছে আজি সমৰতে ॥ ২১৮৬০
কালি ভীষ্ম যাৱদেকে নাসে ৰণভুমি।
তাৱতে নযাওঁ আমি জানিবাহা তুমি ॥
আকে জানি ৰাজাগণ যায়ো ঘৰাঘৰি।
ভাঙ্গিলা সমাজ সবে ঘুষি হৰি হৰি ॥ ২১৮৬১
স্নান পান শয়ন কৰিলা বীৰচয়।
ৰজনী প্ৰভাত ভৈলা আদিত্য উদয় ॥
যুধিষ্ঠিৰে আগে কৰ্ম্ম কৰি সমাপতি।
কৃষ্ণে সমে সমাজত বসিলা নৃপতি ॥ ২১৮৬২

সবে বীৰগণে আসি পাতিলা সমাজ।
অনন্তৰে আসিলা নাৰদ মুনিৰাজ ॥
যুধিষ্ঠিৰে আগবাঢ়ি দিলন্ত আসন।
গাৱ চালি উঠিলা সমস্তে ৰাজাগণ ॥ ২১৮৬৩
বসিলা নাৰদ ঋষি সমাজ প্ৰকাশি।
কৃষ্ণ ধনঞ্জয় লগে প্ৰণামিলা আসি ॥
নাৰদে উঠিয়া প্ৰণামিলা গোবিন্দক।
বুলিবে লাগিলা চাহি কৃষ্ণ অৰ্জ্জুনক ॥ ২১৮৬৪
নৰ-নাৰায়ণ দুই জগত কাৰণ।
জানি শুনি বিষম কৰয় দুৰ্য্যোধন ॥
ভাৰ সংহাৰিতে পাৰে যিসব উপায়।
আতপৰে ঈশ্বৰৰ প্ৰয়োজন নাই ॥ ২১৮৬৫
দুষ্টক সংহৰি সন্ত কৰিবা ৰক্ষণ।
পাণ্ডৱৰ জয়তি বঢ়াই অনুক্ষণ ॥
যাৰ নামে জগতকে কৰয় পবিত্ৰ।
হেন কৃষ্ণ ভৈলা আসি পাণ্ডৱৰ মিত্ৰ ॥ ২১৮৬৬
একে নামে কৰে মহা পাতকীৰো গতি।
হেনয় কৃষ্ণৰ তযু গৃহত বসতি ॥
শুনা যুধিষ্ঠিৰ ধৰ্ম্মময় কলেৱৰ।
কৃষ্ণসে পৰম গতি জানা পাণ্ডৱৰ ॥ ২১৮৬৭
যোগীসবে যোগ চিন্তি ধৰ্ম্মক নিয়ম।
ন্যাস কৰি তবু মন কেৱলে সংযম ॥
দেহকে পাসৰি ৰহে ধাৰণা যাৱত।
পৰমাত্মা পায়া মোহ নকৰে দেহত ॥ ২১৮৬৮
যোগীসবে যোগ চিন্তি ধৰ্ম্মক নিয়ম।
প্ৰত্যেকতে আসনত আত্মাক থাপন ॥
নসম্বৰে দেহ পূৰি হৱে পূৰ্ব্ববত।
আত্মা নকৰয় পৰমাত্মাক মনত ॥ ২১৮৬৯
ধূপ দীপ পঞ্চামৃত মনে সঙ্কলয়।
সম্যকে কৃষ্ণৰ ৰূপ নিৰেক্ষি ৰহয় ॥
সৰ্ব্বাঙ্গে পিন্ধাৱে অলঙ্কাৰ আভৰণ।
স্তুতি নতি কৰে যোগী থিৰ কৰি মন ॥ ২১৮৭০
পাচে বিসৰ্জ্জন কৰি যোগীৰ শকতি।
জ্ঞানীসে কেৱলে মাত্ৰ কৃষ্ণত বসতি ॥

জ্ঞানে ধ্যানে গতি কিবা সাধে কি নসাধে।
ভকতি কেৱলে কৃষ্ণচৰণ আৰাধে ॥ ২১৮৭১
দেহ গেহ সম্বন্ধ বান্ধৱগণ যত।
সমস্তে অৰ্পণ কৰে কৃষ্ণচৰণত ॥
বিষয় ভোগক তাৰ নপালটে চিত্ত।
হৰিৰ প্ৰসাদ বুলি হৱে কৃতকৃত্য ॥ ২১৮৭২
অহঙ্কাৰ এৰি ভোগ ভুঞ্জে যথোচিত।
সেহিসে ভকতি যিটো হৰিপদে থিত ॥
হৰিসে হৰন্ত দুখ ভয় সংসাৰৰ।
কৰ্ম্মবন্ধ দূৰ কৰে ভকত জনৰ ॥ ২১৮৭৩
ভকতেসে জানে ঈশ্বৰৰ সেৱা সুখ।
সুৰাৰ কলস যিটো ভকতি বিমুখ ॥
নভজি হৰিক নুশুনয় হৰি কথা।
বিফলে জনম তাৰ আয়ু গৈলা বৃথা ॥ ২১৮৭৪
আয়ু যশ ধৰ্ম্ম বাঢ়ে হৰিত ভকতি।
হৰি বিনে সংসাৰত আন নাহি গতি ॥
হৰিসে হৰন্ত সংসাৰত যত দুখ।
ইহাকে জানিয়া হোৱে ভকতি বিমুখ ॥ ২১৮৭৫
তাৰ কেন গতি আৰ নাহিকে নিস্তাৰ।
মৰি মৰি উপজিয়া ভ্ৰমিবা সংসাৰ ॥
হৰি বিমুখৰ কথা আছোক সম্প্ৰতি।
তাকেসে বখানে যেৱে হৰিৰ ভকতি ॥ ২১৮৭৬
সফল জনম তাৰ সাৰ্থক বীৰত্ব।
সংসাৰ তৰিয়ো হৰিনাম দৃঢ় সেতু ॥
হৰিপদে ভকতি নেৰিবা যুধিষ্ঠিৰ।
এহি বুলি নাৰদ সমাজ কৰি থিৰ ॥ ২১৮৭৭
আকাশ গমনে গৈলা ব্ৰহ্মভুবনক।
ধৰ্ম্মৰাজ প্ৰণামি বুলিলা মাধৱক ॥
দেৱাঙ্গ বসন দিয়া ভূষিত কৰাই।
কৃষ্ণপদে নিমজি আছিলা পাণ্ডোভাই ॥ ২১৮৭৮
কৌৰৱ ৰাজাৰ কথা শুনা আতপৰে।
ভীষ্ম উঠি বসিলেক আসন উপৰে ॥
ঘাৰ বিষ পাসৰিলা সপ্তম শৰাৰে।
সবাকে সম্বোধি আতিজন্ত ধীৰে ধীৰ ॥ ২১৮৭৯

ৰবিৰ উদয় ভৈলা সাতঘটি বেলা।
মোহোৰ বিলম্বে ভৈলা সমৰক হেলা ॥
চলা সবে বীৰগণ সমৰক ধাৱে।
কৃষ্ণ ধনঞ্জয় যুজিয়োক একেবাৰে ॥ ২১৮৮০
সাতো আগে চলিলা নৃপতি দুৰ্য্যোধন।
একেলগে চলিলা সোদৰ যতজন ॥
মৎস্যত চলয় ভীষ্ম মহেন্দ্ৰ পৰায়।
ৰণভূমি প্ৰবেশিলা আনন্দ বঢ়াই ॥ ২১৮৮১
কৃষ্ণ ধনঞ্জয় আগে মধ্যে ধৰ্ম্মৰায়।
সহদেৱ নকুল যোগান ধৰি যায় ॥
যেন বাসৱক ধৰি চলে দেৱগণ।
ৰণভূমি পাইলেক ভীষ্মক দৰিশন ॥ ২১৮৮২
এদিনাত কৰি বীৰবৰ গঙ্গাসুত।
কৃষ্ণ অৰ্জ্জুনক চাই বুলিলা বহুত ॥
এতবেলি সমৰক নাই অৱধান।
জানিলোহো উপালম্ভ কৰা ভগৱান ॥ ২১৮৮৩
তাৰ প্ৰতিফল দেওঁ সবেয়ো দেখোক।
কৃষ্ণ ধনঞ্জয় দুয়ো বিৰলে থাকোক ॥
নুযুজিবো সৈন্যক আনক পৰিহৰি।
সাৰথিক যুজিবো ৰথীক পাচ কৰি ॥ ২১৮৮৪
এহিসে বিষম যুদ্ধ আনে নজানয়।
ৰথী সাৰথিয়ে যুদ্ধ হৌক বিপৰ্য্যয় ॥
সম্মুখে নকৰো শৰ বিমুখে যুজিবো।
ৰথী সাৰথিৰ বল তেৱেসে বুজিবো ॥ ২১৮৮৫
সম্মুখে বীৰৰ যুদ্ধ বিমুখে সাৰথি।
এতেকেসে কৃষ্ণ মোক কৰিছা বিৰথী ॥
উলটাই ধৰিলা বীৰ ধনুক আজুৰি।
হেট কৰিলেক আগ উপৰক গুৰি ॥ ২১৮৮৬
পাচ মুখে ৰথ চক্ৰাকাৰ সাৱধানে।
তাৰিলেক কৃষ্ণক বিংশতি কুৰি বাণে ॥
আগ হুয়া অৰ্জ্জুনক বোলে বনমালী।
দেখা দেখা ভীষ্মৰ বীৰত্ব মহতালি ॥ ২১৮৮৭
পাচমুখে সখি তুমি বাণজৰী ধৰা।
মই বিনে সখি তুমি জীৱন্ততে মৰা ॥

তোমাক ৰাখিবো মই মোক ৰাখা তুমি ।
ভীষ্মক সম্মুখে কৰো যাৱদেৱে আমি ॥ ২১৮৮৮
অৰ্জ্জুনে ৰাখন্ত ৰথ চক্ৰাকাৰে ফুৰে ।
কৃষ্ণ অৰ্জ্জুনক আউৰ চিনিতে নপাৰে ॥
কোন ৰথী সাৰথি নাহিকে পৰিচয় ।
ভীষ্মৰ সায়কে গাণ্ডী মুণ্ডক সালয় ॥ ২১৮৮৯
ধৰিলা শাৰঙ্গ ধনু মাধৱে ফিৰাই ।
টঙ্কাৰত কৰ্ণ ফাটে ভূমিকম্প যায় ॥
একো একো শৰৰ মহিমা বিপৰীত ।
সাক্ষাতে কৰিবে পাৰে প্ৰলয় বিদিত ॥ ২১৮৯০
ভীষ্মৰ পিঠিত পৰি হিয়াত বজাই ।
ধৰি ধৰি প্ৰত্যেকক মাৰে উলটাই ॥
কৃষ্ণৰ শৰত পৰি সেম্বৰে নযায় ।
তাকো কাটি ভীষ্মৰ গাৱত ৰহে যায় ॥ ২১৮৯১
বিমুখে কাটয় ভীষ্ম মাধৱৰ শৰ ।
সেহি বেগে পৈশে গাৱে কৃষ্ণ অৰ্জ্জুনৰ ॥
কৃষ্ণৰ সম্মুখে গাঙ্গেয়ৰ প্ৰায় বৃষ্টি ।
যেন প্ৰলয়ৰ মেঘে কৰে জলবৃষ্টি ॥ ২১৮৯২
তথাপিতো সম্মুখ নোহয় বীৰবৰ ।
গোৱিন্দৰ ৰথ পাচে ভৈলা বৰাবৰ ॥
হানিলা স্তম্ভন বাণ কৃষ্ণৰ গাৱত ।
তথাতে ৰহাইলা কৃষ্ণ অৰ্জ্জুনৰ ৰথ ॥ ২১৮৯৩
হানিলা মোহন বাণ কৃষ্ণ অৰ্জ্জুনক ।
অৰ্জ্জুনক চাহে কৃষ্ণে অৰ্জ্জুনে কৃষ্ণক ॥
তেৱেসে সম্মুখে ভৈলা ভীষ্ম মহাবীৰ ।
হানিলা বিৰল বাণ দুইহানো শৰীৰ ॥ ২১৮৯৪
কৃষ্ণ ধনঞ্জয় দুয়ো ৰহিলা বিৰলে ।
মাতামাতি নাই দুইৰো শৰীৰ নচলে ॥
তথাপিতো ভীষ্মৰ মনত ক্ষমা নাই ।
বায়ুবাণে ৰথখান নিলে উকৱাই ॥ ২১৮৯৫
পাণ্ডৱী সৈন্যৰ নিয়া পাচত ৰাখিলা ।
শীতল বৈষ্ণৱী বাণে জপাই আনিলা ॥
সম্মুখে ৰহিলা যেৱে কৃষ্ণ ধনঞ্জয় ।
অস্ত গৈলা দিৱাকৰ চন্দ্ৰৰ উদয় ॥ ২১৮৯৬
চিনাচিনি নাই যেৱে উভয় দলৰ ।
তেৱেসে সমৰ এৰি গৈলা ঘৰাঘৰ ॥
অষ্টম দিনৰ যুদ্ধ কৰি সমাপতি ।
গৃহত বসিলা যুধিষ্ঠিৰ মহামতি ॥ ২১৮৯৭
ভীমসেন অৰ্জ্জুন নকুল সহদেৱ ।
ৰাজাৰ চৰণে পৰি কৰিলন্ত সেৱ ॥
কতো নিশা যান্তে পাচে ভৈলা একখান ।
পাতিলেক নৃপতি বহল সভাখান ॥ ২১৮৯৮
ধৰ্ম্মৰাজ বোলন্ত শুনিয়ো বৃকোদৰ ।
সবে ৰাজাগণক কৰিয়ো সমাদৰ ॥
কতেক মৰিল ৰণে তাকো চাৱা গণি ।
ত্বৰিতে লৰিলা বৃকোদৰ শিৰোমণি ॥ ২১৮৯৯
দিলা পুষ্প চন্দন বসন অলঙ্কাৰ ।
উঠি সবে ৰাজাক কৰিলা নমস্কাৰ ॥
যেন পুৰন্দৰক বেঢ়িয়া দেৱগণে ।
কিৰীটিৰ আগে চোৱে ৰাজাৰ চৰণে ॥ ২১৯০০
সম্ভাষিলা ধৰ্ম্মৰাজা দুনাই দুনাই ।
স্বকি স্বকি আসনে বসিলা সবে যায় ॥
সবিশেষ কথা বৃকোদৰ কহিলেক ।
অযুত মাতঙ্গ হত মাহুত ততেক ॥ ২১৯০১
ৰথী ৰথ সাৰথি ৰথৰ সব সাজে ।
দুতয় হাজাৰ মাৰি নিলা যমৰাজে ॥
পদাতি অযুতাযুত গৈলা যমালয় ।
মহাবীৰ হত ভৈলা হাজাৰ দুতয় ॥ ২১৯০২
তিনিশত ৰাজাৰ কুমাৰ বিতোপন ।
অষ্টাবিংশতিক ৰাজা শূন্য সিংহাসন ॥
শুনি ৰাজা অধোমুখে নমাতি ৰহিলা ।
সেহিবেলা চৰে আসি ৰাজাত কহিলা ॥ ২১৯০৩
আদেশ নৃপতি ধৰ্ম্মৰাজ মহাবীৰ ।
কৌৰৱৰ কথা কহো মন কৰা থিৰ ॥
তোমাৰ আদেশে ফুৰি আসিলো নিশেষ ।
ভীষ্মৰ মন্দিৰে পাচে ভৈলো পৰবেশ ॥ ২১৯০৪
তথাতে আছন্ত দুৰ্য্যোধন নৰেশ্বৰ ।
অনেক বিনয় ভাৱে কৰন্ত গোচৰ ॥

সমৰত শ্ৰান্ত হুয়া ভীষ্ম অচেতন।
ৰাজাৰ বিনয় শুনি লভিলা চেতন ॥ ২১৯০৫
দেখা বাপু মোহোৰ সম্যকে অথান্তৰ।
কতেক কহিবো কথা বীৰ অৰ্জ্জুনৰ ॥
দেৱতাতো দুৰ্জ্জয় বলিষ্ঠ বৃকোদৰ।
গদাৰ কোবত লাৰিলেক উৰু কৰ ॥ ২১৯০৬
তাহান প্ৰহাৰে মই যেই ভিতি যাওঁ।
সেহি থানে কৃষ্ণ অৰ্জ্জুনক লাগ পাওঁ ॥
তথাতে সমৰ মোক নকৰয় ৰক্ষা।
মাধৱেসে বঢ়াৱন্ত অৰ্জ্জুনৰ কক্ষা ॥ ২১৯০৭
তথাপি তোমাৰ কাৰ্য্য লাগে সাধিবাক।
ভালেসে ৰাখিবো আজি কৌৰৱী সেনাক ॥
শুনা দুৰ্য্যোধন মোৰ সত্য অঙ্গীকাৰ।
কালি কৰো পাণ্ডৱী সেনাৰ বুন্দামাৰ ॥ ২১৯০৮
যাক যৈত লাগ পাওঁ ৰাখিবোহো জিনি।
লগে মাৰিবোহো সেনা তিনি অক্ষৌহিণী ॥
অৰ্জ্জুনক ধৰিবো নৃপতি যুধিষ্ঠিৰ।
নকুল সহদেৱ ভীমসেন মহাবীৰ ॥ ২১৯০৯
আন বীৰগণক ৰাখিবো ঠাই ঠাই।
সৈন্য ৰাখি থাকিবো সবাকে অন্তৰাই ॥
বীৰত্ব বচন শুনি ভীষ্মৰ মুখৰ।
শান্ত ভৈলা দুৰ্য্যোধন দুঃসহ দুখৰ ॥ ২১৯১০
উলটি গৈলেক ৰাজা আপোনাৰ থান।
আমিসবে আসিলো তোমাত দিবে জান ॥
শুনি ৰাজা অধোমুখে চপৰাইলা শিৰ।
নপাৱন্ত উপায় সম্প্ৰতি যুধিষ্ঠিৰ ॥ ২১৯১১
লগ ভৈলা নৃপতিৰ চাৰিও সোদৰ।
সেহি বেলা সভাত প্ৰবেশ দামোদৰ ॥
নৃপতিৰ দুখ দেখি নসহয় গাৱ।
প্ৰবোধ বচনে তাঙ্ক বোলন্ত মাধৱ ॥ ২১৯১২
কিসক এতেক দুখ কৰা মহাৰায়।
কহিয়ো সত্বৰে মোত কিছু দোষ নাই ॥
ধৰ্ম্মৰাজে বোলন্ত শুনিয়ো দেৱহৰি।
ভীষ্মৰ আলোচ শুনিয়োক মন কৰি ॥ ২১৯১৩
চৰে কহিলেক সবে যুদ্ধৰ ব্যৱস্থা।
দুৰ্য্যোধন আগে ভীষ্ম কহিলন্ত কথা ॥
সমূলি মাৰিব সেনা তিনি অক্ষৌহিণী।
আমি পাঞ্চ ভাইক ধৰিব ৰণে জিনি ॥ ২১৯১৪
যাক যৈত পাৱে তাক তহিতে ধৰিব।
অপাণ্ডৱা কৰি ৰাজ্য কৌৰৱক দিব ॥
ৰাজ্যতো নাহিকে আশ সৈন্যৰ বিনাশ।
এহি বুলি যুধিষ্ঠিৰে ত্যজিলা নিশ্বাস ॥ ২১৯১৫
গোবিন্দে বোলন্ত কাৰ্য্য নেদেখোহো ভাল।
তুমি দুখ কৰন্তে ভীষ্মৰ বাঢ়ে বল ॥
দেখো সখি ধনঞ্জয় তুমি বিদ্যমান।
যুধিষ্ঠিৰ ৰাজাৰ এতেক অপমান ॥ ২১৯১৬
নায়ক নভৈলে প্ৰজা মাৰিবাক ডৰে।
তুমি দণ্ডধাৰী সবে পাণ্ডু কটকৰে ॥
তিনি অক্ষৌহিণী সেনা মাৰিবেক কালি।
সৈন্যসব মৰাইলে কিসৰ চতুৰালি ॥ ২২৯১৭
মোহ হৈয়া অৰ্জ্জুন গুণন্ত মনে মনে।
বিমৰিষি মাতিলন্ত মধুৰ বচনে ॥
নমো নমো পৰম পুৰুষ ভগৱান।
তুমি বিনে আপদ তাৰন্তা নাহি আন ॥ ২১৯১৮
জানিয়ো নজানো মই কিছু নাহি বোধ।
ভীষ্মৰ শৰত সৰ্ব্বশৰীৰে নিবোধ ॥
অষ্টম দিনৰ যুদ্ধে হৈলো হাৰাশাস্তি।
নৱম দিনৰ যুদ্ধে নপাওঁ গুণি গান্থি ॥ ২১৯১৯
তেৱে কি কৰিবো প্ৰভু দিয়া উপদেশ।
মাধৱে বোলন্ত শুনা উপায় বিশেষ ॥
সুশুনিছা তব পিতৃ ইন্দ্ৰ দেৱতাৰ।
বাৰে বাৰে মাৰে দৈত্য স্বৰ্গৰ দুৱাৰ ॥ ২১৯২০
আপোনাকো ৰাখে ইন্দ্ৰে বৈৰক সমৰে।
মন্ত্ৰবলে ত্ৰিদশক ৰাখে নিৰন্তৰে ॥
তুমিয়ে বীৰতো বীৰ ত্ৰৈলোক্যতে সাৰ।
নিজ সৈন্য ৰাখিয়া বৈৰৰ চিন্তা মাৰ ॥ ২১৯২১
কালি হেন কৰা যদি মোৰ বোল ধৰা।
ভীষ্মক যুজিবো কটকক ৰক্ষা কৰা ॥

চাৰি ভাইক ৰাখিবাহা তুমি আমি তুই।
বাঞ্ছিত সমৰ এৰিবাক ভাল সুই ॥ ২১৯২২
হেন শুনি হৰিষ লভিলা ধনঞ্জয়।
কৃষ্ণক শুনায়া বোলে বচন নিৰ্ভয় ॥
তোমাৰ প্ৰসাদে প্ৰভু নকৰো বিষাদ।
ধৰ্ম্ম নৃপতিৰ সবে খণ্ডায়ো বিষাদ ॥ ২১৯২৩
বিহানে ডাকিয়ো ৰথ সমৰক যাওঁ।
সৈন্য ৰাখি ভীষ্মক সমৰ পূৰুৱাওঁ ॥
মোহোৰ সৈন্যক যেৱে ভীষ্ম কৰে ছন্ন।
তেৱে মোক সাক্ষাতে ৰাখিবা নাৰায়ণ ॥ ২১৯২৪
কৰো অঙ্গীকাৰ মই যেন লাগে হোক।
কালিৰ সমৰে মোক সবেও দেখোক ॥
যুধিষ্ঠিৰ ৰাজাৰ সাধিবো মনোৰথ।
আসন্তে ভীষ্মৰ আগে নিবাৰিবো ৰথ ॥ ২১৯২৫
পাচে সৈন্য ৰক্ষা কৰি দেখা কেন কৰি।
আমি পাঞ্চ ভাইক ৰাখিয়োক দেৱহৰি ॥
ৰাজাগণ সহিতে যতেক বীৰ আছে।
সবাকো ৰাখিবো ভীষ্ম কি কৰিব পাচে ॥ '২৬
নিজবল প্ৰকাশিবো কালিৰ সমৰে।
দেখন্তোক কৌৰৱ পাণ্ডৱ নিৰন্তৰে ॥
অক্ষয় তূণৰ শৰে পূৰিবো ধৰণী।
তথাপিতো কটকৰ নহোক বিঘিনি ॥ ২১৯২৭
এতেক কাতৰ কৰো তোমাৰ চৰণে।
নেৰিবাহা নাথ মোক জীৱন মৰণে ॥
যেৱে মোক গঙ্গাসুতে সমৰে জিনন্ত।
তোমাৰেসে কুযশ ৰহিলা ভগৱন্ত ॥ ২১৯২৮
যেৱে মই জিনো ৰণে ভীষ্ম মহাশয়।
তোমাৰেসে যশস্যা ঘুষিব সমস্তয় ॥
শুভাশুভ জয় পৰাজয় দুয়ো সম।
তোমাতে কৰিলো প্ৰভু এতেকে নিয়ম ॥ ২১৯২৯
ধৰ্ম্মৰাজে বোলন্ত শুনিয়ো দামোদৰ।
আন কিছু নজানোহো তোমাত অপৰ ॥
যি বেলাত যেন হয় আপুনি প্ৰমাণ।
তুমি অবিহনে আমি অন্ধলা সমান ॥ ২১৯৩০
প্ৰণামো অনন্ত মধুসূদন মুৰাৰি।
দুষ্টৰ অন্তক ভকতৰ ভয়হাৰী ॥
মোক কৃপা কৰা প্ৰভু চৰণত লাগো।
আন সিদ্ধি নলাগে ভকতি ধন মাগো ॥ ২১৯৩১
বোলে অনিৰুদ্ধে মোৰ কৃষ্ণেসে জীৱন।
ধন জন পুত্ৰ ভাৰ্য্যা সবে অকাৰণ ॥
দুৰ্লভ ভাৰতে নৰতনু অনুপাম।
তাতে কলিযুগ মোক্ষ হৰিগুণ নাম ॥ ২১৯৩২
ইবাৰ কৰুণা কৰা বান্ধৱ মুৰাৰি।
তুমি বিনে ইষ্টদেৱ নপাওঁ বিচাৰি ॥
বাৰেকে মোহোৰ সিদ্ধি কৰা মনকাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ২১৯৩৩

---

অষ্টম দিনৰ যুদ্ধ

**দুলড়ী**

ঋষিয়ে বোলন্ত শুনা জন্মেজয়
পাচে যেন কথা ভৈল।
এহিমতে তৈতে আছন্ত পাণ্ডৱ
ৰজনী অৰ্দ্ধেক ভৈল ॥
মাধৱে বোলন্ত শুনা মহাৰথ
দুখ তাপ পৰিহৰি।
যত বীৰগণ হুয়া শুদ্ধমন
যায়ো এবে ঘৰাঘৰি ॥ ২১৯৩৪
সভা বিসৰ্জ্জিয়া সবহি গৈলন্ত
ৰজনী প্ৰভাত ভৈলা।
উভয় দলত ৰাজদুৱাৰত
পঞ্চবাদ্য বাইবে লৈলা ॥
কৃষ্ণ ধনঞ্জয় এক ঠাই হুয়া
ৰাজাত মেলানি লৈয়া।
সত্বৰ গমনে মাধৱ অৰ্জ্জুনে
ৰণভূমি পাইলা গৈয়া ॥ ২১৯৩৫

যি পথে আসিব গঙ্গাৰ নন্দন
তথাতে ৰাখিয়া ৰথ।
সৈন্যৰ প্ৰমাণে ফুৰি থানে থানে
সৈন্যে বিয়াপিলা পথ ॥
বজ্ৰৰ সন্ধানে নিবন্ধিলা বাণে
কটকৰ ভাগে ভাগ।
সসৈন্যে জণ্টাই সমে চাৰি ভাই
ত্বৰিতে ধৰিলা লাগ ॥ ২১৯৩৬
শৰৰ পঞ্জৰ পশিলা ভিতৰ
সৈন্য সমে যুধিষ্ঠিৰ।
দক্ষিণত ভীমে সেনাক ৰাখন্তে
নকুল সহদেৱ বীৰ ॥
পূৰ্ব্বত ৰাখন্ত ৰাজা যুধিষ্ঠিৰে
দ্ৰুপদ বিৰাট ৰাজা।
উত্তৰতে ৰাখে মহাৰথীগণ
মধ্যত ৰহিলা প্ৰজা ॥ ২১৯৩৭
সৈন্যৰ উপৰে চাৰিও কাখৰে
অক্ষয় তূণৰ শৰে।
সবাকে ৰাখিয়া বাহিৰে ৰহিলা
ধনঞ্জয় দামোদৰে ॥
আত অনন্তৰে ভীষ্ম আসিলন্ত
ৰাজা দুৰ্য্যোধন ৰায়।
কৰ্ণ গুৰু দ্ৰোণ শকুনি সুসেন
লগে ঊনশত ভাই ॥ ২১৯৩৮
ছত্ৰ যে চামৰ চালিলা সত্বৰ
ৰবিৰশ্মি ছায়া কৰি।
ধনুৰ টঙ্কাৰে কৰ্ণে তাল মাৰে
পদাতিৰ লৰালৰি ॥
মহাবীৰগণ অস্ত্ৰ বৰিষণ
ঘোঁৰাৰ ঘোৰ হেসনি।
ৰথে ৰথে যুদ্ধ মদে মত্ত গজ
আন্দোলে লৰে ধৰণী ॥ ২১৯৩৯
শৰ বৰিষণে ঢাকিলা গগনে
যেন ফণিজাৰ ধাৰি।
প্ৰলয়ৰ যেন মেঘৰ গৰ্জ্জন
নিৰ্ঘাত বুলিতে পাৰি ॥
ভীষ্ম সেনাপতি ব্যূহখান পাতি
সৈন্য কৰিলন্ত থিৰ।
কৃষ্ণ অৰ্জ্জুনক দেখিলা আগত
নাহিকন্ত যুধিষ্ঠিৰ ॥ ২১৯৪০
ভীমক নেদেখি চাহন্ত নিৰেখি
মনে বিমৰিষি পাচে।
শৰৰ পঞ্জৰে দেখি অৰ্জ্জুনৰ
সৈন্যক আৱৰি আছে ॥
অৰ্জ্জুনক ধৰো কটকক মাৰো
পূৰিবোহো অঙ্গীকাৰ।
গুচাবো জঞ্জাল শৰময় জাল
কৰো সবে একাকাৰ ॥ ২১৯৪১
কৃষ্ণক শুনাই বুলিলা দুনাই
জানিলো সকলে মৰ্ম্ম।
তোমাৰ কাৰণে অৰ্জ্জুনক ৰণে
কৰিলো ক্ষেমাসে ধৰ্ম্ম ॥
এবে দেখো তুমি বিষম কৰাহা
অৰ্জ্জুনৰ পূৰি কক্ষা।
পাণ্ডৱী সেনাৰ কৰো বুন্দামাৰ
সাৱধানে কৰা ৰক্ষা ॥ ২১৯৪২
নমো দামোদৰ মোক কৃপা কৰা
চৰণে শৰণ লৈলা।
তযু সেৱকৰ চপায়ো ওচৰ
সহজে বিক্ৰয় গৈলো ॥
মনুষ্যৰ শৰীৰ স্বভাৱে অথিৰ
কৈত কেতিক্ষণে যায়।
নকৰা বিৰাম ঝাণ্টে লোৱা নাম
আতপৰে গতি নাই ॥ ২১৯৪৩
ভাৰ্য্যা পুত্ৰ ধন সবে অকাৰণ
মায়াৰ মিছা জঞ্জাল।
সুহৃদ সোদৰ সমস্তে অসাৰ
কেহো যেন কৰে জাল ॥

ইসবৰ অৰ্থে নষ্ট কৰা ব্যৰ্থে
দুৰ্লভ মানৱী তনু ।
শতকোটি জন্ম ভ্ৰমি সংসাৰত
নপাইবাহা আৰ পুনু ॥ ২১৯৪৪
যাৱে আছা ভালে নতু ধৰে কালে
গলে বান্ধা হৰিনাম ।
ভণে অনিৰুদ্ধ চিত্ত হোক শুদ্ধ
ডাকি বোলা ৰাম ৰাম ॥ ২১৯৪৫

---

নৱম দিনৰ যুদ্ধ

পদ

সঞ্জয়ত পুছে ধৃতৰাষ্ট্ৰ নৰেশ্বৰ ।
আত অনন্তৰে কেনে ভৈলেক সমৰ ॥
ভীম অৰ্জ্জুনৰ যুদ্ধ ভৈল কেন থান ।
কেন কেনমতে কৰে অস্ত্ৰক সন্ধান ॥ ২১৯৪৬
গগনক পূৰিলেক শঙ্খৰ শৱদে ।
উভয় দলৰ সেনা ৰৈলা নিশৱদে ॥
ভীষ্ম অৰ্জ্জুনৰ কহা জয় পৰাজয় ।
বীৰনাদ শুনি মোৰ বিদৰে হৃদয় ॥ ২১৯৪৭
সঞ্জয় বোলন্ত কথা শুনা মন কৰি ।
অৰ্জ্জুনৰ সহায় সাক্ষাতে দেৱহৰি ॥
সৈন্য ৰক্ষা কৰন্ত অৰ্জ্জুন বীৰবৰ ।
ভীষ্ম বিনাশিতে চাৱে সেনা পাণ্ডৱৰ ॥ ২১৯৪৮
প্ৰথমতে ভীষ্ম ধনুখান তুলি ধৰি ।
অৰ্জ্জুনক দেখায়া বুলিলা কোপ কৰি ॥
যেনমতে সৈন্যক ৰাখিবা ধনঞ্জয় ।
সেহিমতে মাৰিবো পাণ্ডৱী সেনাচয় ॥ ২১৯৪৯
কেনমতে কটকৰ ৰহয় পৰাণ ।
আপোনাৰো ৰক্ষাৰ বিচাৰ কৰা মন ॥
মোহোৰ ধনুৰ কেন দেখিয়ো মহিমা ।
শৰে বিয়াপিবো আজি জম্বুদ্বীপ সীমা ॥ ২১৯৫০
এহি বুলি ধনুখান কৰিলা টঙ্কাৰ ।
শৱদে লজ্জিলা গৈয়া স্বৰ্গৰ দুৱাৰ ॥
কৰিলন্ত শঙ্খধ্বনি আতি অদভুত ।
পাচে সিংহনাদ কৰিলন্ত গঙ্গাসুত ॥ ২১৯৫১
কৌৰৱী সেনাৰ যত যত মহাবীৰ ।
একে লগে শঙ্খধ্বনি কৰিলা গভীৰ ॥
যেন প্ৰলয়ৰ মেঘে নাদে আতিশয় ।
একে লগে সবেয়ো ঘুষিলা জয় জয় ॥ ২১৯৫২
কৃষ্ণ ধনঞ্জয় কৰিলন্ত শঙ্খধ্বনি ।
শৱদে পূৰিল দিশ আকাশ মেদিনী ॥
সৈন্য মাৰিবাক ভীষ্ম যেহি পথে চাৱে ।
সি পথত নিবাৰন্ত মধ্যম পাণ্ডৱে ॥ ২১৯৫৩
মহাকোপে ভীষ্মৰ শৰীৰ কম্পমান ।
বাছি বাছি লৈলা বীৰে ভল্ল দশ বাণ ॥
আকাশে চালিলা যেন বিধূম অগনি ।
অৰ্জ্জুনক আদেশ কৰিলা যদুমণি ॥ ২১৯৫৪
সখি তুমি আপোনাক হৱা সাৱধান ।
ভীষ্মৰ তোমাৰ যুদ্ধ মিলিল প্ৰধান ॥
জয় পৰাজয় এৱে যুদ্ধেসে প্ৰমাণ ।
হেন শুনি অৰ্জ্জুনে ধৰিয়া ধনুখান ॥ ২১৯৫৫
বজ্ৰসম দৃঢ়তৰ দিলা দশ বাণ ।
ভীষ্মৰ শৰক কৰিলন্ত খান খান ॥
অৰ্জ্জুনে হানিলা কুৰি শৰ এক জোপে ।
গঙ্গাসুতে পথতে কাটিলা অৱলেপে ॥ ২১৯৫৬
দুতয় সহস্ৰ শৰ ভীষ্ম দিলা ডাটি ।
লঘু হস্তে পথতে অৰ্জ্জুনে নিলা কাটি ॥
ষাঠি যে হাজাৰ দিলা অৰ্জ্জুনে সন্ধানে ।
গঙ্গাসুতে কাটিলেক তিলেক প্ৰমাণে ॥ ২১৯৫৭
আশী সহস্ৰেক দিলা গঙ্গাৰ কুমাৰে ।
বাটতে কাটিলা তাক অৰ্জ্জুনৰ শৰে ॥
শতেক হাজাৰ শৰ দিলা বাছি বাছি ।
ভীষ্মৰ সম্মুখে প্ৰহাৰিলা সব্যসাচী ॥ ২১৯৫৮
ভীষ্মৰ সায়কে কাটি কৰিলেক চুৰ ।
দেখি ধনঞ্জয় ক্ৰোধে জ্বলিলা প্ৰচুৰ ॥

যেনমতে সিংহে পায়া হস্তীৰ প্ৰভাৱ।
জাম্পে জাম্পে কুৰয় ভুমিতে নেদে পাৱ ॥ '৫৯
মাধৱে ডাকন্ত ৰথ আকাশে সঞ্চাৰে।
নিমিষেকে চপাইলেক ভীষ্মৰ ওচৰে ॥
আতিশয় শৰৰ প্ৰহাৰে ধনঞ্জয়।
সাৰথি ৰথক একে লগে ফুৰাৱয় ॥ ২১৯৬০
ভীষ্মে যেৱে প্ৰহাৰিবে চাহন্তে শৰক।
ততকালে কৃষ্ণে ৰথ নেন্ত অন্তৰক ॥
ক্ৰোধত আকুল হৈয়া দুনাই দুনাই।
প্ৰহাৰক মনে দুয়ো ফুৰে ছিদ্ৰ চাই ॥ ২১৯৬১
প্ৰচণ্ড বাতাসে যেন সাগৰ কল্লোল।
কাকো কেৱে নিচিনে নুশুনে মাতবোল ॥
দুইহাতৰ শৰে দুয়ো হানে অৰজৰ।
চক্ৰাকাৰে ফুৰে ৰথ ভীষ্ম অৰ্জ্জুনৰ ॥ ২১৯৬২
ভূমিকম্প যান্তে যেন পৃথিৱী লৰয়।
কিঙ্কিণীৰ কণজুন পতাকা উৰয় ॥
পাক ফুৰি আসন্তে ভীষ্মৰ শৰে পাই।
কৃষ্ণসমে অৰ্জ্জুনক ভেদিলা জপাই ॥ ২১৯৬৩
ৰথীৰ উপৰে সাৰথিৰ পয়োভৰে।
বাগৰি পৰিলা দুয়ো ৰথৰ উপৰে ॥
মাধৱে বোলন্ত কাৰ্য্য ভৈলা অকাৰণ।
মই বিনে কোনে কৰিবেক নিবাৰণ ॥ ২১৯৬৪
পাৱ দাঙ্গি বল দিয়া শৰ বাজ কৰি।
অৰ্জ্জুনকো সম্মুখে বৈসাইলা তুলি ধৰি ॥
আৰ কিবা চোৱা সখি এৰা আল জাল।
ভীষ্মৰ শৰৰ বিষে ভৈলা লালকাল ॥ ২১৯৬৫
আগ পাচ নিচিনি হৰাইল দিশপাশ।
আৰ খানিতেকে যমপুৰে কৰো বাস ॥
শৰবিষে ধনঞ্জয় বিমোহিত ভাৱে।
হালিয়া পৰিলা বীৰ মাধৱৰ পাৱে ॥ ২১৯৬৬
বুকে বুকে সাৱটি ধৰিলা নাৰায়ণে।
ধাৰাসাৰে বহি যায় লোতক নয়নে ॥
পীতবস্ত্ৰে অৰ্জ্জুনৰ মচিলা আখি।
শ্ৰুতি পাই বলিলা কৃষ্ণক আগে দেখি ॥ ২১৯৬৭

পাসৰিল যাৱৰিষ খণ্ডিল প্ৰয়াস।
বুলিবে লাগিলা দীৰ্ঘ তেজিয়া নিশ্বাস ॥
মোৰ জীৱনক প্ৰভু নকৰিবা আশ।
পাণ্ডৱৰ দুনাই মিলিল বনবাস ॥ ২১৯৬৮
সৰ্ব্বগাৱে বিষ মোৰ লৰে দান্ত কেশ।
ক্ষুধা তৃষ্ণা পাসৰিলো নজানো বিশেষ ॥
মাধৱে বোলন্ত সখি নকৰিবা ভয়।
ভীষ্মক সমৰে জিনি সাধিবো বিজয় ॥ ২১৯৬৯
অঙ্গীকাৰ আপুনি কৰিছা প্ৰাণসখি।
কেনমতে যাইবা এৱে ভীষ্মক উপেক্ষি ॥
ইহলোকে কুযশ মৰিলে নাই গতি।
প্ৰজা ৰাখি যুদ্ধ জিনি সাধিয়ো জয়তি ॥ ২১৯৭০
মোৰ আশীৰ্ব্বাদ বৰে জিনিয়ো সমৰ।
কৌৰৱৰ বীৰ নাই তুমি সমসৰ ॥
কৃষ্ণৰ বচনে বীৰে এৰিলন্ত মান।
মাথা তুলি কৃষ্ণক দেখিলা বিদ্যমান ॥ ২১৯৭১
অৰ্জ্জুনে বোলন্ত প্ৰভু তোমাৰ প্ৰসাদে।
ভীষ্মক যুজন্তে মোক নপাওক প্ৰমাদে ॥
তুমি আমি দুইহন্তে একে ৰথে যাইবো।
কেৱল ভীষ্মক মাত্ৰ সমৰে জণ্টাইবো ॥ ২১৯৭২
অঙ্গীকাৰ পূৰিবো ভীষ্মক ৰণে জিনি।
মাৰিবে নপাওক সেনা তিনি অক্ষৌহিণী ॥
সঞ্জয় বোলন্ত ৰাজা বৰ বিপৰ্য্যয়।
গগন ঢাকিয়া ভীষ্ম শৰ বৰিষয় ॥ ২১৯৭৩
আথাকে প্ৰহাৰে শৰ দুয়োবীৰে ছানি।
আগ পাচ নিসন্ধি পূৰিলা শৰ হানি ॥
জৰ্জ্জৰিত ভৈলা দুয়ো হৰুৱাইলা দিশ।
কৈক যাওঁ বুলি একো নপান্ত উদ্দেশ ॥ ২১৯৭৪
বজ্ৰক বিদাৰে একো শৰ গাঙ্গেয়ৰ।
ঠাই ঠাই বিদাৰিলা শৰৰ পাঞ্জৰ ॥
সিংহ ব্যাঘ্ৰ সৰ্প হুয়া খেদি খেদি খায়।
ব্যূহ ভাঙ্গি পাণ্ডৱৰ কটক পলায় ॥ ২১৯৭৫
গোবিন্দে বোলন্ত কেন কাৰ্য্যৰ বিভাৱ।
ব্যূহৰ ভিতৰে কেনে সেনাৰ আবাৰ ॥

সৈন্য ৰক্ষা কৰি পাচে যুজিবো ভীষ্মক।
মুণ্ড তুলি ধনঞ্জয় চাইলা উপৰক ॥ ২১৯৭৬
ৰথখান ফুৰে যেন কুমাৰৰ চাক।
পাণ্ডৱ ভিতৰ মাত্ৰ চাহে পশিবাক ॥
ৰথে ৰথে আসন্তে দুয়োকো দুই পাইলা।
ভীষ্মৰ সম্মুখে কৃষ্ণে ৰথক ৰহাইলা ॥ ২১৯৭৭
দেখন্তে পাণ্ডৱে শৰে এৰিলন্ত ৰণ।
হাসিয়া ভীষ্মক বীৰে বুলিলা বচন ॥
তুমি গুৰু তুমি পিতৃ বুলিলা জীৱনে।
তুমি হে বিপক্ষ হেন নলৱয় মনে ॥ ২১৯৭৮
মহাঘোৰ শৰ প্ৰহাৰিলা সমৰত।
ৰথ সমন্বিতে ফুৰাইলা আকাশত ॥
অনেক প্ৰকাৰে ৰক্ষা কৰিছা আমাক।
শক্ৰুত অধিক আজি দেখিলো তোমাক ॥ '৭৯
আপোন অৰ্ব্বুদ ৰক্ষা কৰা ধনুৰ্দ্ধৰ।
পৰৰ অৰ্ব্বুদ মাৰি নিয়া যমঘৰ ॥
হয় হস্তী ৰথ ৰথী সেনা যত যত।
অৰ্ব্বুদক বধা তুমি প্ৰত্যেক চিনত ॥ ২১৯৮০
নবধি নিফিৰো কৰিয়াছা অঙ্গীকাৰ।
মই আজি কৰো সত্য বিফল তোমাৰ ॥
একগুটি প্ৰাণীক নিদিবো বধিবাক।
কৰিবো বিফল আজি তযু প্ৰতিজ্ঞাক ॥ ২১৯৮১
এহি বুলি ধৰি ধনু সম্মুখে ৰহিলা।
পাচে পাণ্ডু দলে ধনঞ্জয়ক দেখিলা ॥
অৰ্জ্জুনক দেখি বৰ আনন্দ মনত।
ব্যূহ পাতি সবে ৰহিলেক পূৰ্ব্বৰত ॥ ২১৯৮২
শাৰ্দ্দূল পাঞ্চাল আদি আনো বীৰগণ।
থানে থানে থাকিলেক যুজিবাক মন ॥
অৰ্জ্জুনে বোলন্ত শুনিয়োক দেৱব্ৰত।
আগে মোক তুমি শৰ কৰা সমৰত ॥ ২১৯৮৩
পাচে শৰ কৰো আমি কিছু দোষ নাই।
কৰিয়ো প্ৰতিজ্ঞা ভঙ্গ দেখো মুনিষাই ॥
এই বুলি ধনুখান টঙ্কাৰ কৰিল।
থলকিল নদী নদ পৰ্ব্বত লৰিল ॥ ২১৯৮৪
ভীষ্ম বুলিলন্ত শুনিয়োক ধনঞ্জয়।
যি বোল বুলিলা মোৰ মনে নলৱয় ॥
ভীষ্মৰ প্ৰতিজ্ঞা ভঙ্গ কৰিবে যি জনে।
নতু উপজয় সিটো জানো মোৰ মনে ॥ ২১৯৮৫
অৰ্ব্বুদ বধিবো আজি তোমাৰ আগত।
দেখো তুমি ৰক্ষা আজি কৰা কেনমত ॥
শৰজালে তোমাক কৰিবো লণ্ডভণ্ড।
এহি বুলি ধৰিলন্ত প্ৰচণ্ড কোদণ্ড ॥ ২১৯৮৬
টঙ্কাৰ কৰিল ভীষ্ম আকৰ্ণ সমান।
অৰ্জ্জুনক প্ৰহাৰিলা ভল্লদশ বাণ ॥
পুনু ধনঞ্জয় দশ শৰক ছেদিলা।
চাৰি শৰে গাঙ্গেয়ৰ হৃদয় ভেদিলা ॥ ২১৯৮৭
শৰ পায়া কোপিলন্ত গঙ্গাৰ তনয়।
ক্ৰোধমনে অৰ্জ্জুনক বচন বোলয় ॥
কৃষ্ণক সাৰথি পাই নকৰস ভয়।
লক্ষ শৰ মাৰি কাৰ উকৰাইবা ছাই ॥ ২১৯৮৮
যাতো কৃষ্ণ ৰথ আগে ৰাখি ফুৰে তোক।
সি কাৰণে মনত নকৰা ভয় মোক ॥
অনন্তৰে সন্ধানে হানিলা শৰচয়।
কৃষ্ণৰ শৰীৰে পৰি কধিৰ বহয় ॥ ২১৯৮৯
অৰ্জ্জুনক মাৰিলন্ত পঞ্চত্ৰিংশ ভল্ল।
হৃদয়ত পৰি পুখমানে গৈল তল ॥
চাৰি শৰে মাৰিলন্ত চাৰি ঘোটকক।
আৰো দুই শৰ প্ৰহাৰিলা ৰানৰক ॥ ২১৯৯০
অৰ্জ্জুনেয়ো গাণ্ডীৱক কৰিলা টঙ্কাৰ।
চতুৰ্দ্দশ বৰ্ষে দণ্ড কৰিলা প্ৰহাৰ ॥
পথতে কাটিলা ভীষ্ম মহা ধনুৰ্দ্ধৰ।
শৰ কাটি প্ৰহাৰ কৰিলা ষাঠি শৰ ॥ ২১৯৯১
অনন্তৰে যুদ্ধ যেৱে ভৈল আসৰিশ।
শৰজালে আকাশ চাইলেক দশোদিশ ॥
আকাশ পৃথিৱী সবে ভৈল একাকাৰ।
নবহে পৱন ভৈল দিনতে আন্ধাৰ ॥ ২১৯৯২
পাচে ধনঞ্জয় প্ৰহাৰিলা বায়ুবাণ।
উকৰাই নিলা বাণ যোজন প্ৰমাণ ॥

এহিমতে যেৱে দুই দণ্ড বহি গৈলা।
দেৱতাৰ শৰ দুই প্ৰহাৰিবে লৈলা॥ ২১৯৯৩
পৰ্ব্বতবাণক গঙ্গাসুতে প্ৰহাৰিলা।
অৰ্জ্জুনেয়ো বায়ুবাণ হানি নিবাৰিলা॥
অনন্তৰে প্ৰহাৰিলা অগনিৰ বাণ।
বৰুণৰ বাণে ভীষ্ম কৰিলা নিৰ্য্যাণ॥ ২১৯৯৪
বাসুকীৰ শৰ ধনঞ্জয় প্ৰহাৰিলা।
গৰুড়ৰ বাণে ভীষ্ম তাক নিবাৰিলা॥
দুইকো দুই প্ৰহাৰিলা বাণ অসংখ্যাত।
শৰে শৰে লাগি শব্দ উঠে ঠাত ঠাত॥ ২১৯৯৫
দুই দণ্ডমানে দিৱস মাত্ৰ আছে।
শুনা ধৃতৰাষ্ট্ৰ যেন কথা ভৈলা পাচে॥
ভীষ্ম যে বোলন্ত বিলম্বত কাৰ্য্য নাই।
দিন অৱসান ভৈল নেদেখো উপায়॥ ২১৯৯৬
পাণ্ডৱৰ সেনা নমাৰিয়া অৰ্ব্বুদক।
কেনমতে ফিৰি মই যাইবোহো গৃহক॥
সমৰভূমিত আতি ঘোৰ শৰ কৰি।
ধনঞ্জয় নিবাৰিবা জানো নিষ্ঠ কৰি॥ ২১৯৯৭
আগে অৰ্জ্জুনক শৰে নিবাৰণ কৰো।
অসংখ্যাত শৰ মাৰি পাচে সেনা মাৰো॥
আতপৰে উপায় নেদেখো মই আন।
এহি বুলি প্ৰহাৰিলা দশগোটা বাণ॥ ২১৯৯৮
অৰ্জ্জুনৰ দুই ললাটক লক্ষ্য কৰি।
প্ৰহাৰ কৰিলা ভীষ্ম সায়ক সন্তৰি॥
সৰ্পসম শৰ আসে অৰ্জ্জুনে দেখিলা।
লঘুহস্তে ধনঞ্জয় বাটতে কাটিলা॥ ২১৯৯৯
শকতে শকতে শৰ যোগায়া থাকয়।
সমস্তকে কাটিয়া পেলাইলা ধনঞ্জয়॥
বৈশম্পায়ন বদতি শুনিয়ো মহাশয়।
কতেক কহিবো তাক যতেক হানয়॥ ২২০০০
দুই দণ্ডমানে ভীষ্ম শৰ বৰিষিলা।
গন্ধৰ্ব্বৰ শৰে ধনঞ্জয় নিবাৰিলা॥
দুইৰো অদ্ভুত কৰ্ম্ম দেখি দেৱগণে।
সাধু সাধু বুলি প্ৰশংসিলা ঘনমনে॥ ২২০০১

ধন্য দেৱব্ৰত ধন্য শৰ প্ৰহাৰয়।
ধন্য ধনঞ্জয় লঘু হস্তে সংহৰয়॥
আনো কুৰু পাণ্ডৱৰ যত বীৰগণ।
ভৈলেক বিস্ময় অদভুত দেখি ৰণ॥ ২২০০২
এহিমতে শৰক ছেদন্ত নিৰন্তৰে।
অৰ্জ্জুনেয়ো শৰক ছেদন্ত গাঙ্গেয়ৰে॥
হেন দেখি গাঙ্গেয়ৰ ক্ৰোধ জ্বলি গৈলা।
নাকে মুখে অৰ্জ্জুনৰ শৰজাক দিলা॥ ২২০০৩
চক্ষুক ঢাকিয়া তেজ বহে ললাটৰ।
ফুৰি ফুৰি ধনঞ্জয় পৰিলা ৰথৰ॥
সকলে শৰীৰ তেজে তোলবোল ভৈলা।
ললাটৰ তেজ শৰে গুচাইবাক লৈলা॥ ২২০০৪
তেতিক্ষণে ছিদ্ৰ লভি গঙ্গাৰ তনয়।
অৰ্ব্বুদক সেনা মাৰি নিলা যমালয়॥
অৰ্ব্বুদেক সেনাগণ ৰণে সংহাৰিয়া।
চলিলা শিবিৰে অৰ্জ্জুনক পিঠি দিয়া॥ ২২০০৫
কতোবেলি চেতন লভিলা ধনঞ্জয়।
ৰথত চৰিয়া দেখে ভীষ্ম নাহিকয়॥
ললাটৰ ঘৰ্ম্ম গুচাই অৰ্জ্জুনে দেখিলা।
ৰণ এৰি দেৱব্ৰত শিবিৰে চলিলা॥ ২২০০৬
অৰ্জ্জুনে বোলন্ত শুনিয়োক দেৱব্ৰত।
কেনে চলি যোৱা সেনা নমাৰি ৰণত॥
শৰ ধনু ধৰি সৈন্য'দিবাহা প্ৰত্যেক।
শুনিছো তোমাৰ সত্য মাৰা অৰ্ব্বুদেক॥ '০৭
ভীষ্ময়ে বোলন্ত শুনা মোহোৰ বচন।
ফুৰিয়া অৰ্জ্জুন দেখিয়োক সেনাগণ॥
কিবা আছে কিবা মৰি গৈলা যমালয়।
চক্ষু মেলি ভালমতে চাৱা ধনঞ্জয়॥ ২২০০৮
ভীষ্মৰ বচনে ধনঞ্জয় আথেবেথে।
দেখন্ত পৰিয়া সবে আছে যূথে যূথে॥
মহা পৰাক্ৰমী ভীষ্ম তাহান শৰত।
শুতিয়া আছন্ত সবে বীৰ শয়নত॥ ২২০০৯
অৰ্জ্জুনে বোলন্ত শুনিয়োক নাৰায়ণ।
হেনয় বীৰক কোনে কৰিবেক ৰণ॥

তিনিয়ো লোকত নেদেখিয় হেন বীৰ।
ধনু ধৰি ভীষ্মৰ আগত হৈবা থিৰ ॥ ২২০১০
মাধৱে বোলন্ত শুনা ধনঞ্জয় সখি।
তোমাৰ কাৰ্য্যক মই সবে থাকো দেখি ॥
ভীষ্মক যুজন্তে দেখো শৰীৰ কাম্পয়।
সি কাৰণে তোমাৰ ৰণত নাহি জয় ॥ ২২০১১
সঞ্জয় বদতি কথা শুনা মহাবীৰ।
ৰণ এৰি গঙ্গাসুত চলিলা শিবিৰ ॥
পাচে যুধিষ্ঠিৰ ৰাজা পাণ্ডুৰ নন্দন।
মাধৱক চাই দুখে বুলিলা বচন ॥ ২২০১২
মহাভাৰতৰ পদ পৰম অমৃত।
শ্ৰৱণ মাত্ৰকে পাপ হৰয় ত্বৰিত ॥
গুৰু গোপালৰ পাদপদ্ম ধৰি মনে।
বোলা ৰাম ৰাম ভণে বিদ্যাপঞ্চাননে ॥ ২২০১৩

---

যুধিষ্ঠিৰৰ খেদ

দুলড়ী

শুনা শুনা প্ৰভু দৈৱকী তনয়
বোলে ৰাজা যুধিষ্ঠিৰ।
ই তিনি লোকত নাহিকয় জানা
ভীষ্মৰ সমান বীৰ ॥
প্ৰচণ্ড কোদণ্ড ধৰি লণ্ডভণ্ড
কৰিলেক বীৰগণ।
বীৰত্ব কৰিয়া সেনা সংহাৰিয়া
ভীষ্মে জিনিলেক ৰণ ॥ ২২০১৪
সংশপ্তকগণ বধিবাক মন
কৰি গৈলা বীৰগণ।
সেহি সময়ত আসি দেৱব্ৰত
আমাক জিনিলা ৰণ ॥
দ্ৰুপদ বিৰাট মৎস্য কুন্তীভোজ
ভীমসেনে তৈকে যায়।
মাদ্ৰীৰ তনয় সাত্যকী পাঞ্চাল
সবে হুয়া এক ঠাই ॥ ২২০১৫
দিব্য ৰথে চৰি মহাকোপ কৰি
প্ৰহাৰিলা সবে বাণ।
একৈক শৰক দুই দুই বাণে
কৰিলন্ত খান খান ॥
পাচে শতে শতে মাৰে সমস্তকে
তাৰিলন্ত অনন্তৰে।
সবাৰে কোদণ্ড কাটিলন্ত ভীষ্ম
দশ অৰ্দ্ধচন্দ্ৰ শৰে ॥ ২২০১৬
দশৰো সাৰথি ৰথক মাৰিয়া
শিবিৰে পশিয়া যায়।
এবে কি কৰিবো প্ৰভু দামোদৰ
দিয়োক মোক উপায় ॥
ভীষ্মৰ সায়কে মোক পীড়িলেক
দেখিয়া সৈন্য পলায়।
ভীষ্ম যাবে জীৱে নেদেখো জয়তি
ৰাজ্যে মোৰ আশা নাই ॥ ২২০১৭
মাধৱ বদতি শুনিয়োক দদা
শুনা সখি ধনঞ্জয়।
অকাৰণ মনে দুখ কৰা সখি
শুনা কহো অভিপ্ৰায় ॥
বিমৰিষি মনে চাই নিষ্ঠ কৰি
কথাৰ লোৱা যুগুতি।
কিবা ৰাজ্য পাৱা কিবা ৰণে যাৱা
হেন লৱে মোৰ মতি ॥ ২২০১৮
এহি শুনি ৰাজা সিংহাসন হন্তে
উঠিলন্ত ৰঙ্গমনে।
গুৰু গোপালৰ চৰণ বন্দিয়া
ভণে বিদ্যাপঞ্চাননে ॥ ২২০১৯

---

### পাণ্ডৱসকলৰ ভীষ্মৰ শিবিৰত উপস্থিত

**পদ**

সঞ্জয় বদতি কথা শুনা মহাবীৰ।
ৰণে পৰাজয় হুয়া ৰাজা যুধিষ্ঠিৰ ॥
অস্ত্ৰ-শস্ত্ৰ এৰি যাই চৰিলা ৰথত।
চাৰিয়ো কনিষ্ঠ ৰথে চৰিলা পাচত ॥ ২২০২০
অনেক যুগুতি যোগে কৈলা নাৰায়ণে।
এহি বুলি মাধৱ ৰহিলা সেহি থানে ॥
ভীষ্মৰ শিবিৰে চলি গৈলা পাঞ্চ ভাই।
দুৰ্য্যোধন সমে কুৰুগণ আছে চাই ॥ ২২০২১
দুৰ্য্যোধনে বোলে কৰ্ণ শুনিয়ো বচন।
দেখিয়ো পাণ্ডৱ আসে পশিতে শৰণ ॥
বিবৰ্ণ বদন দেখো নাহি প্ৰকৃতি জ্ঞান।
সবাকে দেখোহো আজি মৃতক সমান ॥ ২২০২২
সহায় আছন্ত ধনঞ্জয় ধনুৰ্দ্ধৰ।
মহাভীম বীৰ দুয়ো মাদ্ৰীৰ কুমাৰ ॥
ইসব থাকিতে কেনে ৰাজা যুধিষ্ঠিৰ।
জানো ভয়ে আসি আছে ভীষ্মৰ শিবিৰ ॥ '২৩
ভীষ্মৰ শৰৰ ঘাৱে পায়া মহাভয়।
তমোময় দেখিয়া যে শৰীৰ কাম্পয় ॥
সি কাৰণে ভীষ্মৰ পাশক আছে আসি।
হেন কথা কৰ্ণত কহয় হাসি হাসি ॥ ২২০২৪
অনন্তৰে যুধিষ্ঠিৰ আদি পাঞ্চ বীৰ।
ৰথে চৰি পাইলা গৈয়া ভীষ্মৰ শিবিৰ ॥
দিব্য পৰ্য্যঙ্কত বসি আছে দেৱব্ৰত।
পাঞ্চো নমিলন্ত মাথা দিয়া চৰণত ॥ ২২০২৫
দিয়াইলা আসন যাই সমস্তে বসিলা।
পাদ্য অৰ্ঘ্য দিয়া ভীষ্ম সবাকো পূজিলা ॥
আছন্ত নৃপতি যেৱে মাথা চপৰাই।
কতোক্ষণে ভীষ্ম আছিলন্ত তাকে চাই ॥২২০২৬
ভীষ্ম নিগদন্তি শুনিয়োক মহাৰাজ।
কিসক আসিছা মোত আছে কিবা কাজ ॥
অৰ্দ্ধেক ৰাত্ৰিত কিয় তযু আগমন।
কহিয়োক মোত কিবা আছে প্ৰয়োজন ॥২২০২৭
পাচে যুধিষ্ঠিৰে বুলিলন্ত দুখমনে।
কহো পিতামহ আসি আছো যি কাৰণে ॥
তোমাৰ সমৰ আজি দেখি ভয়ঙ্কৰ।
আছোক যুজিবো সবে এৰিলো সমৰ ॥ ২২০২৮
শুনা পিতামহ কহো দুখৰ কাহিনী।
আপোনাৰ পিতা নজানিলো তুমি বিনি ॥
তুমি গুৰু দ্ৰোণ কৃপ বিদুৰ খুৰাই।
তোৰা বিনে আমাৰ বান্ধৱ আন নাই ॥ ২২০২৯
মৰিলন্ত পিতৃ আমি শিশু পাঞ্চখানি।
মাতৃ সমে পুষিলা হস্তিনাপুৰে আনি ॥
দেখিছা যতেক দুখ দিলা দুৰ্য্যোধনে।
সজাইলে জোগৃহক মাৰিবাক মনে ॥ ২২০৩০
ভীমক খুৱাইলা বিষলাৰু বধিবাক।
দ্ৰৌপদীক দিলা লাজ আনিয়া সভাক ॥
ৰাজ্য কাঢ়ি লৈলা চলে খেলি কুটপাশ।
আমাক নিকালি ছলে দিলা বনবাস ॥ ২২০৩১
যত দুখ পাইলো আমি বনৰ ভিতৰ।
আৰো যত দুখ পাইলো ঘৰে বিৰাটৰ ॥
আমাক কৌৰৱে দুখ দিলে যত যত।
তোমাৰ আগত আমি কহিবোহো কত ॥২২০৩২
সিসব দুখক মোৰ সুগুচে মনৰ।
বোজাৰ উপৰে আৰো বোজা গুৰুতৰ ॥
আমাৰ গোচৰ পিতামহ শুনিয়োক।
চলোহো বনক মই বিদায় দিয়োক ॥ ২২০৩৩
তুমি যেৱে জীৱা তেৱে কিসৰ জয়তি।
ৰাজ্যত নাহিকে আশ কহিছো সম্প্ৰতি ॥
তোমাৰ বিক্ৰম সহিবেক কাৰ বাপে।
পলায় সেনাগণ সবে প্ৰচণ্ড প্ৰতাপে ॥ ২২০৩৪
এতেকতে বোলো মোৰ ৰাজ্যে নাই আশ।
আজ্ঞা দিয়ো পাঞ্চভাই যাওঁ বনবাস ॥
ভীষ্ম নিগদতি শুনা পাণ্ডুৰ তনয়।
যি কথা কহিলা বাপে সবে সত্য হয় ॥ ২২০৩৫

মই যেবে জীৱো তেবে যুদ্ধে নাই জয়।
ৰাজ্যত নাহিকে আশা কৈলো কুৰুৰায় ॥
কুৰু পাণ্ডৱৰ বীৰগণ যত যত।
অৰ্জ্জুনৰ আগে মই দেখো তৃণৰত ॥ ২২০৩৬

ভীষ্মৰ মৃত্যু সংবাদ

ধনু ধৰি সমুখে কৰিবে মোক ৰণ।
পৃথিৱী মণ্ডলে নেদেখোহো হেন জন ॥
আপোনাৰ মৃত্যু কহো শুনা সাৱধানে।
মোত ব্যতিৰেকে আক নজানয় আনে ॥ ২২০৩৭
মোৰ প্ৰাণ বধ হেতু অগ্নিৰ ভিতৰ।
জন্মিয়া আছয় আসি দ্ৰুপদৰ ঘৰ ॥
শিখণ্ডী যাহাৰ নাম দ্ৰুপদ তনয়।
সেহিটো মোহৰ মৃত্যু বুজিবা নিশ্চয় ॥ ২২০৩৮
শিখণ্ডীক আগ কৰি থাকিয়া পাচত।
অৰ্জ্জুনে কৰিবে শৰ মোৰ শৰীৰত ॥
অৰ্জ্জুনৰ শৰে মোৰ ভেদিব শৰীৰ।
অৱশ্যে পৰিবো কালি জানা মহাবীৰ ॥ ২২০৩৯
শুনা বাপু ধনঞ্জয় নকৰিবা মৰ্ম্ম।
বধ মোক নাহি দোষ ক্ষত্ৰিয়ৰ ধৰ্ম্ম ॥
চাৰি শ বৎসৰ ভৈল বৃদ্ধ কলেৱৰ।
এতেকে জানিবা মোৰ মৃত্যু শ্ৰেষ্ঠতৰ ॥ ২২০৪০
শিখণ্ডীক আগ কৰি কৰা মোক শৰ।
অৱশ্যেকে কালি মই যাইবো যমঘৰ ॥
ভীষ্মৰ বচন শুনি সলোতক মুখে।
বুলিলা বচন ধনঞ্জয় মহাদুখে ॥ ২২০৪১
কিসক নিষ্ঠুৰ বাণী বোলা পিতামহ।
আমাৰ বীৰত্ব যত তোমাতেসে গহ ॥
নানা আপদত ৰক্ষা কৰিছা আমাক।
কেনমতে শৰ মই কৰিবো তোমাক ॥ ২২০৪২
দেৱাঙ্গ বসন তুমি পিন্ধিয়া গাৱত।
বহি থাকা পিতামহ দিব্য পৰ্য্যঙ্কত ॥
পিতৃ মাতৃ বুলি মই যাওঁ হাস্কুলিয়া।
দুই বাহু মেলি মোক ধৰা আলিঙ্গিয়া ॥ ২২০৪৩
নোহো তোৰ পিতৃ পিতামহ হেন জান।
এহি বুলি কোলে কৰি কৰা শিৰ ঘ্ৰাণ ॥
কৰ্দ্দমে লেপিয়া মোৰ থাকে শৰীৰত।
সিসব কৰ্দ্দম লাগে তোমাৰ গাৱত ॥ ২২০৪৪
হেন স্নেহ কৰি তুমি তুলিছা আমাক।
কেনমতে শৰ মই কৰিব তোমাক ॥
পৰ্ব্বতক ভেদে মোৰ গাণ্ডীৱৰ বাণে।
কেনমতে শৰ মই কৰিবো সন্ধানে ॥ ২২০৪৫
আছোক পৃথিৱী যদি পাওঁ তিনিলোক।
নকৰিবো হেন কৰ্ম্ম নুবুলিবা মোক ॥
ভীষ্ময়ে বোলন্ত বাপু এৰা অসন্তোষ।
ক্ষত্ৰিয়ৰ ধৰ্ম্ম ইটো নাহি কিছু দোষ ॥ ২২০৪৬
শিখণ্ডীক আগ কৰি বধা সমৰত।
আৰ যদি বোলা বাপু মোহোৰ শপত ॥
অনন্তৰে যুধিষ্ঠিৰে বুলিলা ভীষ্মক।
শিখণ্ডী তোমাৰ মৃত্যু ভৈলেক কিসক ॥ ২২০৪৭
কহিয়োক দেৱব্ৰত শুনো এক মনে।
শিখণ্ডী তোমাৰ মৃত্যু ভৈল কি কাৰণে ॥
ভীষ্ম নিগদতি শুনা ৰাজা যুধিষ্ঠিৰ।
কাশীদেশে কাশীৰাজা মহা ধনুৰ্দ্ধৰ ॥ ২২০৪৮
তাহান ঘৰত আছে তিনিগোটা কন্যা।
ৰূপে বিদ্যাধৰী সম আতিশয় ধন্যা ॥
অম্বা অম্বালিকা যে অম্বিকা সমে তিনি।
পৰম সুন্দৰী সিংহ জিনি মধ্যক্ষিণী ॥ ২২০৪৯
কৰীকৰ সম উৰু দেখিতে শোভন।
থলকমলক জিনি প্ৰকাশে চৰণ ॥
স্তনযুগ উন্নত দেখিয়া মনোহৰ।
চামৰক জিনি কেশ মুখ শশধৰ ॥ ২২০৫০
ভ্ৰূৱযুগ কামশৰ মদন নিন্দয়।
কুন্দকৰী সম দন্তচয় প্ৰকাশয় ॥
যাৰ ৰূপ দেখি দেৱগণ মোহ হয়।
পৰম সুন্দৰী ৰূপে ত্ৰৈলোক্য মোহয় ॥ ২২০৫১
হেন তিনি কন্যা বাঢ়ে নৃপতিৰ ঘৰ।
স্বয়ম্বৰ পাতিলেক কাশী নৃপবৰ ॥

দিশে দিশে দুতগণ দিলেক পঠাই্।
লক্ষেক নৃপতি আসি ভৈলা একঠাই ॥ ২২০৫২
পাদ্য অৰ্ঘ্য দিয়া ৰাজা সবাকে পূজিলা।
বাসা ঘৰ দিয়া অন্নে পানে সন্তোষিলা ॥
স্বয়ম্বৰ দেখিতে নৃপতিগণ যত।
বসিলন্ত ৰাজাগণ আনন্দে মনত ॥ ২২০৫৩
পাচে মই স্বয়ম্বৰ শুনি তাৰক্ষণে।
দিব্যৰথে চৰি গৈলো দেখিবাক মনে ॥
মোক দেখি মহাৰঙ্গ ভৈল কাশীৰাজা।
ৰাজ আসনক দিয়া কৰিলন্ত পূজা ॥ ২২০৫৪
উত্তম বাসৰে বঞ্চিলোহো সিটো ৰাতি।
পাচে যেন ভৈলা তাক শুনা কুৰুপতি ॥
প্ৰভাত সময়ে উঠি কাশী নৰেশ্বৰ।
স্বয়ম্বৰ কাৰ্য্যে সজাইলেক দিব্য ঘৰ ॥ ২২০৫৫
এক প্ৰহৰৰ পথ কৰিয়া নিৰ্ম্মাণ।
নানা বস্তু নিয়োজি থৈলেক থানে থান ॥
থানে থানে চন্দ্ৰ তাপ পতাকা আৰিল।
মুকুতাৰ থোপা সুবৰ্ণৰ পদ্ম দিল ॥ ২২০৫৬
হেন সভা বিৰচিলা কাশী নৰেশ্বৰ।
শাৰী শাৰী সিংহাসন থৈলা সুবৰ্ণৰ ॥
নৃপতিগণক পাচে আনিলা মতাই।
পৰম আনন্দে সবে বসিলেক যাই ॥ ২২০৫৭
লক্ষেক নৃপতি বসিলেক ৰঙ্গমনে।
মই যাই বসিলোহো দিব্য সিংহাসনে ॥
জল পাই হবে যেন অগনি নিৰ্ব্বাণ।
মোক দেখি ৰাজাগণ ভৈলা সেহি থান ॥ ২২০৫৮
মোহোক দেখিয়া সবে বৰ বৰ বীৰ।
সম্মুখে নচাৱে মোক জানা মহাবীৰ ॥
মোহোৰ প্ৰতাপে সমস্তকে ধৰষিল।
পাচে কাশীৰাজা তিনি কন্যাক বুলিল ॥ ২২০৫৯
অম্বা অম্বালিকা হে অম্বিকা শুনিয়োক।
লক্ষেক নৃপতি বসি আছে দেখিয়োক ॥
সুবৰ্ণৰ মালা ধৰি আসিয়ো সভাক।
যাৰ মনে যাক ইচ্ছা বৰিয়োক তাক ॥ ২২০৬০
লক্ষেক নৃপতি বসি আছে একে ঠাই।
কন্যাগণ সঙ্গে লৈয়া দেখিয়োক যাই ॥
গুৰু গোপালৰ পাদপদ্ম ধৰি মনে।
বোলা ৰাম ৰাম ভণে বিদ্যাপঞ্চাননে ॥ ২২০৬১

---

ভীষ্মৰ কন্যাৰ হৰণ

লেছাৰী

ঝুনা

অয় অকি* সিন্ধুৰাজ    শুনা মই কহো কাজ
কহো মই স্বৰূপত আত।
কাশীৰাজা নৃপ ভালা    যাৰ তিনি বৰবালা
প্ৰবেশিলা সভাৰ মাজত ॥
হংসৰ গমনী প্ৰায়    সখীগণ মাজে যায়
চৰণে নূপুৰ ঘন বাজে।
চলে নানা লয়লাসে    ৰতি যেন কাম পাশে
পয়াণক লাগি ৰঙ্গে সাজে ॥ ২২০৬২
ৰূপে গুণে ত্ৰিভুবন    দেখি সবে ৰাজাগণ
বিমোহিত হুয়া আছে চাই।
যত শিল্পী বিধাতাৰ    আতপৰে নাহি আৰ
সবে কৰি আছে একঠাই ॥
কটাক্ষে যাহাক চাৱে    বসি যেন স্বৰ্গ পাৱে
বোলে মোক বৰিবেক মনে।
জানিলোহো নিষ্ঠ কৰি    হাতে দিব্য মালা ধৰি
সি কাৰণে চাৱে ঘনে ঘনে ॥ ২২০৬৩
ৰাজাগণ মধ্যে সাৰ    মোত্ত পৰে নাহি আৰ
হেন কথা কহে কাণাকাণি।
নিশ্চয় কৰিয়া ভীষ্ম    কন্যাক নিবেক হৰি
এহি বুলি বৈলা মনে গুণি ॥
অনন্তৰে কাশীৰায়    কন্যাসকলক চাই
বুলিলন্ত মধুৰ বচনে।

---

* অয় অকি—ওজাপালিয়ে পদ গাওঁতে সম্বোধনত ব্যৱহাৰ কৰা শব্দ।

একলক্ষ নৰেশ্বৰ দেখিবাক স্বয়ম্বৰ
আসি আছে দেখি ৰঙ্গমনে ॥ ২২০৬৪
সবে মহা গুণৱন্ত ধনেশ্বৰ ৰূপৱন্ত
অস্ত্ৰ শস্ত্ৰ সবাতে পাৰ্গত ।
আপোন সদৃশ চাই তিনিয়ো বেঢ়িবো যাই
যাৰ যাৰ লক্ষ্য মনত ॥
বাপৰ শুনিয়া কথা কন্যাগণে তুলি মাথা
দেখিলেক নয়নু ফুৰাই ।
কাশীৰাজা নৃপবৰ চিনাইলাহা নিৰন্তৰ
সবে ৰাজাগণে আছে চাই ॥ ২২০৬৫
সেহি সময়ত মই সভাৰ মাজত বসি
চক্ষু টেৰ কৰি আছো চাই ।
পৰম আটোপ কৰি তিনিৰো হাতত ধৰি
ৰথত তুলিলো মই যাই ॥
ৰথত তুলিয়া আতি আকাশে কৰিলো গতি
যেন শেনে কপোতক লই ।
হেন দেখি ৰাজাগণ ক্ৰোধ কৰি তেতিক্ষণ
সবে একেলগে গৈলা ধাই ॥ ২২০৬৬
যেন কেশৰীৰ ভাগ নিবে দেখি তাৰ লাগ
ধৰিলেক প্ৰমত্ত মাতঙ্গে ।
সেহিমতে ৰাজাগণে খেদি আসে কোপমনে
মোক যুদ্ধ দিলা মহাখঙ্গে ॥
সমস্ততে বলাধিক নৰেশ্বৰ শতানীক
তাহাকে কৰিলে সেনাপতি ।
সবে হুয়া একমন ধৰি ঘোৰ ধনুৰ্ব্বাণ
মোক বেঢ়িলেক চতুৰ্ভিতি ॥ ২২০৬৭
অৰ্দ্ধচন্দ্ৰ ব্যূহ খান শতানীকে নিৰোপণ
কৰিলেক পৰম যতনে ।
বিপ্ৰবৰা নগৰৰ শুভকণ্ঠা বৰণৰ
লেছাৰী ভণিল পঞ্চাননে ॥ ২২০৬৮

---

ৰজাসকলৰ লগত ভীষ্মৰ যুদ্ধ

পদ

সঞ্জয় বদতি শুনিয়োক মহাবীৰ ।
ভীষ্ম নিগদতি শুনা ৰাজা যুধিষ্ঠিৰ ॥
যেৱে ৰাজাগণে ঘোৰ ব্যূহ পাতি আছে ।
শুনা নৰেশ্বৰ যেন যুদ্ধ ভৈল পাচে ॥ ২২০৬৯
আকৰ্ণ সমান ধনু কৰিয়া টঙ্কাৰ ।
সবে ৰাজাগণে মোক কৰিলা প্ৰহাৰ ॥
শ্ৰাৱণ মাসত যেনে মেঘে বৰিষয় ।
সেহিমতে জাকে জাকে আসে শৰচয় ॥ ২২০৭০
যত শৰ হানে মোৰ নপৰে গাৱত ।
লঘুহস্তে সবাকে ছেদিলো আকাশত ॥
তাসম্বাৰ শৰ কাটি জানা যুধিষ্ঠিৰ ।
সমস্তকে প্ৰহাৰিলো তিনি তিনি শৰ ॥ ২২০৭১
ঘোৰ শৰ পায়া ৰাজাগণ কিটাইলেক ।
শকতি টোমৰ গদা শূল হানিলেক ॥
পৰশু মুষল সতঘনি মুদগৰ ।
ধনু কৰি কতো ৰথে প্ৰহাৰয় শৰ ॥ ২২০৭২
প্ৰচণ্ড কোদণ্ড ধৰি সবাকো ছেদিলো ।
পাচে দশ দশ শৰে হৃদয় ভেদিলো ॥
সবাৰে সাৰথি ঘোৰা নিলো যমদ্বাৰ ।
পলাই গৈলা ৰাজাগণ তেজিয়া সমৰ ॥ ২২০৭৩
ৰাজাগণ পলাইবাৰ দেখি শতানীক ।
বোলে আউৰ তোৰাৰ জীৱন ধিক ধিক ॥
মই বিদ্যমানে আছো কেনে দিলি ভঙ্গ ।
হেন দেখি বিপক্ষে কৰিব ৰৰ ৰঙ্গ ॥ ২২০৭৪
ক্ষত্ৰি হুই যুদ্ধ এৰি পলাইলা কিসক ।
দেখা ভীষ্ম কন্যা নেই জিনিয়া আমাক ॥
জানা যেৱে ৰণ এৰি পলাইবা সকলে ।
কোন মুখে আইলা তেৱে স্বয়ম্বৰ শালে ॥ ২২০৭৫
পালটাই আনো কন্যা ভীষ্মৰ হাতৰ ।
দেখা মুনিযাই আজি ৰাজা নিৰন্তৰ ॥

এহি বুলি শতানীক ধনুখান ধৰি।
খেদি আসিলেক মোক মহাকোপ কৰি॥ ২২০৭৬
মোহোক বুলিলে শুনিয়োক দেৱব্ৰত।
কন্যাসকলক নিবা মোহোৰ আগত॥
বাক্য শুনি মই বুলিলোহো হাসি হাসি।
ভাল তই আগত মিলিলি মোৰ আসি॥ ২২০৭৭
সমস্ত ৰাজায় ভঙ্গ দিলে দেখি যাক।
একেশ্বৰে বেটা যুজিবাক চাস তাক॥
অগ্নিত ফৰিঙ্গা যেন আপুনি মৰয়।
সেহিমতে ভৈলি তই মোৰ মনে লয়॥ ২২০৭৮
এহি বাক্য বুলি তাক জানা নৰেশ্বৰ।
হৃদয়ত সন্ধানে হানিলো চাৰি শৰ॥
শতানীকে শত বৎসদন্ত প্ৰহাৰিলা।
বৰ টানে আসি মোৰ হৃদয়ে পৰিলা॥ ২২০৭৯
চাৰি গোটা ঘোঁৰাক তাৰিলা চাৰি শৰে।
উত্তম ধ্বজক হানিলেক তাত পৰে॥
পাচে ধনুখান মই কৰিয়া টঙ্কাৰ।
মুঠি দেশে ধনুখান কাটিলো ৰাজাৰ॥ ২২০৮০
এক ভল্লশৰ প্ৰহাৰিলো ভাল চাই।
ঈশাদণ্ড ধৰি ৰহিলেক মূৰ্চ্ছা যাই॥
অনন্তৰে শতানীক লভিলা চেতন।
হানিলেক চতুৰ্থ অধিক কুৰি বাণ॥ ২২০৮১
মৰ্ম্ম মৰ্ম্ম থানে মোক ভেদিলেক বাণে।
পখা অৱশেষ মাত্ৰ ৰহিলেক টানে॥
তাৰ শৰ পায়া মই পৰম আটোপে।
সহস্ৰেক বাণ প্ৰহাৰিলো একেজোপে॥ ২২০৮২
নাকে মুখে কৰ্ণে ওঠে ললাটে উদৰে।
তাৰিলো ৰাজাক মই অসংখ্যাত শৰে॥
লালকাল শৰীৰত জ্ঞান প্ৰকৃতি নাই।
হেন দেখি সাৰথি নিলেক পলুৱাই॥ ২২০৮৩
যেবে শতানীক ৰাজা পৰাজয় ভৈলা।
স্বকি স্বকি দেশে ৰাজাগণ চলি গৈলা॥
শতানীক চলি গৈলা আপোন ভৱনে।
হস্তিনা নগৰে চলি গৈলো ৰজমানে॥ ২২০৮৪

ভীষ্ম নিগদতি শুনা পাণ্ডুৰ নন্দন।
অনন্তৰে অম্বা মোক বুলিলা বচন॥
শাল্ব নৃপতিক মই বৰি আছো মনে।
কিসক আনিলা ভীষ্ম মোক অকাৰণে॥ ২২০৮৫
অম্বাৰ বচন মই নধৰি মনত।
আনিলোহো তিনি কন্যা বলৰ দৰ্পত॥
অম্বালিকা অম্বিকা পৰম ৰূপে ধন্যা।
দুই ভাই * বিবাহ কৰিলা দুই কন্যা॥ ২২০৮৬
পাচে অম্বা মোক বুলিলেক কোপমনে।
আনিয়া বিবাহ নকৰাহা কি কাৰণে॥
পূৰ্ব্বতে কহিলো মই শাল্ব নৃপতিক।
বৰিয়াছো ৰূপে গুণে দেখিয়া অধিক॥ ২২০৮৭
সভাৰ মাজৰপৰা আনি আছা মোক।
হেন জানি ভ্ৰাতৃক বিবাহ কৰা মোক॥
জানি মোক বিবাহ নকৰা হৰি আনি।
মোহোৰ পাতকে হত হৈবাহা আপুনি॥ ২২০৮৮
হেন শুনি অম্বাক বুলিলো অনন্তৰে।
বাকদুষ্টা কন্যা তোক নকৰিবো ঘৰে॥
শাল্বৰ পাশক যায়ো মোহোৰ বচনে।
সুবৰ্ণৰ মালা দিয়া বৰা ৰঙ্গমনে॥ ২২০৮৯
এহি বুলি ব্ৰাহ্মণক সঙ্গে কৰি দিলো।
শাল্বৰ পাশক যেবে অম্বাক পঠাইলো॥
শাল্ব ৰাজা দিব্য সভা মাজে বসি আছে।
ব্ৰাহ্মণগণত ৰাজা পুছিলেক পাচে॥ ২২০৯০
কি কাৰণে গুৰুসব আইলা মোৰ থানে।
ব্ৰাহ্মণ বোলন্ত ৰাজা শুনা একমনে॥
তোমাৰ পাশক ভীষ্ম দিয়াছে পঠাই।
অম্বাক কৰিয়ো বিহা শাস্ত্ৰ বিধি চাই॥ ২২০৯১
আমাৰ সঙ্গত দিয়া পঠাইছে অম্বাক।
যাক বৰিয়াছে পূৰ্ব্বে তাহাকে দিবাক॥
হেন জানি ৰাজা তুমি কৰিয়া যতনে।
অম্বাক কৰিয়ো বিহা আমাৰ বচনে॥ ২২০৯২

* দুই ভাই—চিত্ৰাঙ্গদ আৰু বিচিত্ৰবীৰ্য্য।

শাল্বৰাজা বোলে শুনিয়োক বিপ্রগণ।
অম্বাৰ কৰিছে ভীষ্ম পাণিক গ্রহণ ॥
ৰাজাগণ মধ্যে ভীষ্ম আছে হাতে ধৰি।
তাক মই বিবাহ কৰিবো কেন কৰি ॥ ২২০৯৩
লৈয়া যায়ো তান ভাই কৰোক বিবাহ।
নকৰো অম্বাক বিহা এবা মোৰ আশ ॥
নগৰ বাহিৰ কৰি নিয়া আগ কৰি।
এহি বুলি শাল্বে মাতিলেক ক্রোধ কৰি ॥ ২২০৯৪
নৈৰাশ বচন হেন শুনিয়া শাল্বৰ।
অম্বা সমে বিপ্রগণ আইলা মোৰ ঘৰ ॥
শাল্বৰ বৃত্তান্ত সবে আমাত কহিলা।
পাচে অম্বা মোক কোপে বচন বুলিলা ॥ ২২০৯৫
তুমি আনিছিলা কাজে নাৰাখিলা মোক।
এখন তোমাৰ ভাই বিয়া কৰায়োক ॥
হেন শুনি অম্বাক মাতিলো ক্রোধ কৰি।
সত্যে নৰাখিবো তোক বোলো নিষ্ট কৰি ॥ '৯৬
নৈৰাশা কৰিলা হেন অম্বা মনে জানি।
কতোক্ষণ মান পাচে আছিলেক গুণি ॥
বুলিলা বচন মোক ক্রোধে কম্পমান।
তোৰ বধ হেতু জানা বীৰত্ব প্রধান ॥ ২২০৯৭
এহি বুলি চলি গৈলা জানা যুধিষ্ঠিৰ।
অনন্তৰে পাইলা যাই জাহ্নবীৰ তীৰ ॥
ঋষিগণে তপস্যা কৰন্ত সেহি ঠাই।
তাসম্বাৰ আগে অম্বা পুছিলেক যাই ॥ ২২০৯৮
অম্বা বোলে গুৰুসব শুনিয়ো বচন।
কহো তোমাসাত মই যেন বিবৰণ ॥
মনে শাল্ব নৃপতিক মই আছো বৰি।
স্বয়ম্বৰ মধ্যে ভীষ্ম হাতে নিলা ধৰি ॥ ২২০৯৯
বাকদুষ্টা বুলিয়া ভীষ্ময়ে নৰাখিলা।
ভীষ্মৰ কাৰণে শাল্বে বিহা নকৰিলা ॥
অগনি জ্বালিয়া মই তেজিবো পৰাণ।
কহিয়োক মুনিগণ ইহাৰ নিদান ॥ ২২১০০
পাচে মুনিগণে বাক্য বুলিলা অম্বাক।
এখনে আসিব ৰাম স্নান কৰিবাক ॥
তোমাৰ দুখৰ কথা তাহান্তে কহিবা।
যি বোলে পৰশুৰামে তাহাকে কৰিবা ॥ ২২১০১
ৰামক অপেক্ষা কৰি অম্বা বহি আছে।
আসন্ত পৰশুৰাম দেখিলন্ত পাচে ॥
সাক্ষাতে পৰশুৰাম বিষ্ণু অৱতাৰ।
দেখি যাই অম্বা কৰিলন্ত নমস্কাৰ ॥ ২২১০২
পাচে অম্বে বস্ত্র লৈয়া মুখক আৱৰি।
বসিলেক একপাশে অধোমুখ কৰি ॥
পুছিলেক ৰাম তুমি কাহাৰ দুহিতা।
কোন থানে থাকাহা কাহাৰ বিবাহিতা ॥ ২২১০৩
অম্বা বোলে শুনিয়োক ৰেণুকা তনয়।
কাশীৰাজা মোৰ পিতৃ জানিয়ো নিশ্চয় ॥
অম্বালিকা অম্বিকা অম্বা তিনি-ভগ্নী নাম।
তিনি সহোদৰা আমি ৰূপে অনুপাম ॥ ২২১০৪
মনে মই জানা ৰাম শিশুকাল ধৰি।
শাল্ব নৃপতিক স্বামী ভাৱে আছো বৰি ॥
পাচে মোৰ পিতৃ কৰিলেক স্বয়ম্বৰ।
আসিলা লক্ষেক ৰাজা মহাধনুৰ্দ্ধৰ ॥ ২২১০৫
সভা পাতি বসিলেক ৰাজাগণ যত।
ভীষ্ম বসিলন্ত আসি সভাৰ মাজত ॥
সুবৰ্ণৰ মালা ধৰি পৰম বিশেষ।
তিনিয়ো ভৈলোহো আমি সভাত প্রবেশ ॥ '১০৬
সভাখান চাই যেৱে আছো আমি তিনি।
ৰথে তুলি নিলা ভীষ্ম ৰাজাগণ জিনি ॥
মই পাচে বুলিলোহো ভীষ্মক বচন।
শাল্বক বৰিছো মই নিয়া অকাৰণ ॥ ২২১০৭
মোহোৰ বচন ভীষ্ম নধৰি মনত।
প্রবেশ ভৈলেক গই হস্তিনাপুৰত ॥
ভাই চিত্রাঙ্গদ আৰু বিচিত্রবীৰ্য্যক।
শুভলগ্নে বিহা কৰাইলন্ত দুইহান্তক ॥ ২২১০৮
অম্বিকাক বিচিত্রবীৰ্য্যত বিহা দিলা।
অম্বালিকা ৰঙ্গে চিত্রাঙ্গদন্ত বৰিলা ॥
দুই ভাই দুই কন্যা পৰম যতনে।
বিবাহ কৰিলা দুয়ো মহাৰঙ্গমনে ॥ ২২১০৯

বাক্‌দুষ্টা বুলি ভীষ্ম মোক নৰাখিলা।
পাচে শাল্ব ৰাজাৰ পাশক পঠাই দিলা ॥
ব্ৰাহ্মণগণৰ সঙ্গে গৈলো ৰঙ্গমনে।
শাল্বৰ সমীপ গৈয়া পাইলো কতোক্ষণে ॥ ২২১১০
অনন্তৰ বাক্য মই বুলিলো অনেক।
তথাপিতো ৰাজা মনে নধৰিলে তাক ॥
মোৰ অৰ্থে বিপ্ৰগণে বুলিলা বিস্তৰ।
আমাৰ বচন শুনিয়োক নৰেশ্বৰ ॥ ২২১১১
কৰিয়ো বিবাহ তুমি শাস্ত্ৰ বিধি চাই।
আগে ৰহিয়াছে আত কিছু দোষ নাই ॥
হেন শুনি শাল্বে মোক বুলিলেক পাচে।
ভীষ্মৰাজা সভামাজে হাতে ধৰি আছে ॥ ২২১১২
ভৈলি দুৰাচাৰী তোক বিহা নকৰিবো।
আৰো কিছু বোলা যদি ঢক্কাই খেদিবো ॥
দুয়ো নৰাখিলে মোৰ ভৈল হেন থান।
কহিয়ো কাহাৰ পদে তেজিবো পৰাণ ॥ ২২১১৩
শ্ৰীৰামে বোলন্ত শুনা কথা কহো নিষ্ঠ।
সবে জানে কাশীৰাজা মোৰ মহা ইষ্ট ॥
তাহান দুহিতা তুমি মোৰ বেটী প্ৰায়।
খানিতেক থাক মই স্নান কৰো যাই ॥ ২২১১৪
ভীষ্মৰ পাশক যাইবো তোহোৰ কাৰণে।
অৱশ্যে ৰাখিবা জানো মোহোৰ বচনে ॥
এহি বুলি নামিলন্ত গঙ্গাৰ জলতে।
স্নান সন্ধ্যা তৰ্পণ কৰিলা বিধিমতে ॥ ২২১১৫
নিত্যকৰ্ম্ম কৰি অৰ্চ্চা কৰিলা সূৰ্য্যক।
অম্বা সমে গৈলা পাচে হস্তিনাপুৰক ॥
উপবনে ৰহি শিষ্য দিলন্ত পঠাই।
ৰাম আসিবাৰ বাৰ্ত্তা কহিলেক যাই ॥ ২২১১৬
গুৰু আসিবাৰ কথা শুনিলো শ্ৰৱণে।
পূজাৰ সম্ভাৰ লৈয়া গৈলো ৰঙ্গমনে ॥
দেখিলো অম্বাক মই গুৰুৰ পাচত।
থমকি ৰহিলো পূজা ধৰিয়া হাতত ॥ ২২১১৭
এহি কাজে আসিয়াছে জানিলো মনত।
লাসে লাসে গৈলো মোৰ মুখে নাসে মাত ॥
গুৰুৰ সমীপে গৈয়া পাইলো অনন্তৰে।
শিষ্যগণে বেঢ়ি আছে চাৰিও কাষৰে ॥ ২২১১৮
পাদ্য অৰ্ঘ্য দিয়া মই চাওঁ পূজিবাক।
হেন দেখি ৰামদেৱে দিলা মোক হাক ॥
যি কামে আসিয়া আছো যদি কৰা তাক।
তেৱে ভীষ্ম লৈবো মই তোমাৰ পূজাক ॥ ২২১১৯
হেন শুনি গুৰুক কৰিলো নমস্কাৰ।
জানিলো আসিছা গুৰু কাৰণে অম্বাৰ ॥
যদি খোজা দিবো ৰাজ্যভাৰ ধন বিত।
অম্বাক স্বীকাৰ নকৰিবো কদাচিত ॥ ২২১২০
হেন শুনি পৰশুৰামে বুলিলা বচন।
আসিয়াছো জানা মই অম্বাৰ কাৰণ ॥
কৰায়ো ভ্ৰাতৃক বিহা কিছু নাহি দোষ।
মোৰ বোলে ভীষ্ম এৰিয়োক অসন্তোষ ॥ ২২১২১
মই বোলো শাল্ব নৃপতিক আছা বৰি।
বাক্‌দুষ্টা কন্যা ৰাখিবোহো কেন কৰি ॥
প্ৰাণ যদি খোজা গুৰু তাক দিব পাৰো।
অম্বাক ৰাখিতে বোলা আতে বুদ্ধি হাৰো ॥ '২২
নকৰিবো ভাইক বিহা মই কদাচিত।
তাক নকৰিবো যিটো লোক গৰিহিত ॥
পুনৰপি ৰামে মোক বুলিলা বচন।
পূৰ্ব্বে তই অম্বাক আনিলি কি কাৰণ ॥ ২২১২৩
জান যদি শাল্ব নৃপতিক আছে বৰি।
কেনে তই অম্বাক আনিলি হাতে ধৰি ॥
বৰ লাজ দিলা ভীষ্ম কি বুলিবো তোক।
চল কুৰুক্ষেত্ৰে তই যুদ্ধ দেহ মোক ॥ ২২১২৪
তোৰ মোৰ সমৰ দেখোক সৰ্ব্বলোক।
কৰিবোহো যুদ্ধ যে অম্বাৰ বৰ শোক ॥
এহি বুলি কুৰুক্ষেত্ৰে গৈলা কোপ কৰি।
অম্বায়ো ৰামৰ পাচে পাচে গৈলা লৰি ॥ ২২১২৫
ময়ো ৰথে চৰিয়া গৈলোহো সেহি ঠাই।
শিষ্য সমে আছে ৰাম দেখিলোহো যাই ॥
গুৰুক দেখিয়া মই ৰথৰ নামিলো।
নমস্কাৰ কৰি মই বচন বুলিলো ॥ ২২১২৬

তোমাৰ বচনে গুৰু আসিলো ক্ষেত্ৰক।
বিদায় দিয়োক গুৰু যাওঁ নগৰক ॥
কৈত শুনি আছা যুদ্ধ গুৰুৰ শিষ্যৰ।
আপুনি সৰ্ব্বজ্ঞ গুৰু জানা পূৰ্ব্বাপৰ ॥ ২২১২৭
ভীষ্ম নিগদতি শুনিয়োক নৰেশ্বৰ।
হেন শুনি ৰামে পাচে দিলেক উত্তৰ ॥
অম্বাক নেনস যদি শুনা দেৱব্ৰত।
তেৱে যুদ্ধ কৰ তই মোহোৰ লগত ॥ ২২১২৮
নিমিত্ত ভৈলেক অম্বা জানা মোৰ বৰে।
অৱশ্যে তোহোক মাৰি নিবো যমঘৰে ॥
এহি বুলি কোপে ধৰিলন্ত ধনুখান।
টঙ্কাৰ কৰিলা ৰাম আকৰ্ণ সমান ॥ ২২১২৯
নিশ্চয় জানিয়া মই ৰথত চৰিলো।
পাচে বামহাতে মই ধনুক ধৰিলো ॥
মই ৰথে আছো গুৰু অন্যায় সমৰ।
শুনা যুধিষ্ঠিৰ কহো মহিমা ৰামৰ ॥ ২২১৩০
চাৰি বেদে চাৰি ঘোৰা কৰিলা ৰথৰ।
স্বৰূপ কৰিয়া কহো কথা যে ৰামৰ ॥
বেদৰ উপৰিভাগে লাগাম কৰিলা।
জোৰালি কৰিয়া উপনিষদক দিলা ॥ ২২১৩১
ছন্দসকলক জৰী কৰে আতিশয়।
টানি টানি বান্ধিলন্ত ৰেণুকা তনয় ॥
মন্ত্ৰক দৰ্পণ কৰি দিলা কপালত।
চৰিলন্ত যাই গুৰু হেনয় ৰথত ॥ ২২১৩২
মুহূৰ্ত্তেকে সাজিলেক দিব্য ৰথে আতি।
প্ৰকাশ কৰয় যেন সূৰ্য্যৰ জেউতি ॥
ৰথৰ হ্ৰেসনি যেন বাঢ়য় অগনি।
পৰ্ব্বতত শুনি যেন বজ্ৰপাত ধ্বনি ॥ ২২১৩৩
ৰথ সমন্বিতে মই গুৰুক দেখিলো।
ৰথৰ নামিয়া মই প্ৰণাম কৰিলো ॥
গুৰু গোপালৰ পাদপদ্ম ধৰি মনে।
বোলা ৰাম ৰাম ভণে বিদ্যাপঞ্চাননে ॥ ২২১৩৪

---

পৰশুৰামৰ লগত ভীষ্মৰ তৰ্ক

ছবি

ভীষ্ম বোলে কৰি সেৱ শুনিয়োক গুৰুদেৱ
কহো মই তোমাৰ চৰণে।
অকাৰণে কৰা ৰোষ মৰষিয়ো মোৰ দোষ
কোপ এৰা অম্বাৰ কাৰণে ॥
ইমত মহিমা যাৰ কোনজন আগে তাৰ
ধনু ধৰি কৰিব সমৰে।
অদভুত কৰ্ম্ম দেখি ভ্ৰম ভৈল দুয়ো আখি
দেখিয়াছো ৰথৰ উপৰে ॥ ২২১৩৫
খণ্ডিবাক ভূমিভাৰ ধৰি আছা অৱতাৰ
তুমি প্ৰভু ৰেণুকাৰ ঘৰে।
হাতত পৰশু ধৰি তিনি সাত বাৰ কৰি
ক্ষত্ৰিয়ক বধিলা সমৰে ॥
শ্ৰীৰামৰ জ্ঞানপথ ছেদিলাহা মহাৰথ
প্ৰচণ্ড ধৰিয়া শৰাসন।
মহাবলী অৰ্জ্জুনৰ কাটিলা সহস্ৰ কৰ
যাত হাৰিলেক দশানন ॥ ২২১৩৬
সসাগৰা ভূমিখান ব্ৰাহ্মণক দিলা দান
ক্ষত্ৰিয়ক কৰিলা নিৰ্য্যাণ।
ক্ষত্ৰিয়ৰ ৰুধিৰৰ কৰিয়াছা সৰোবৰ
কোন গুণে কৰিবো ব্যাখ্যান ॥
তোমাৰ মহিমা যত একমুখে তাক কত
কহিবেক কাহাৰ শকতি।
এৰিয়া বিষয় কাম যিটো লৱে গুণ নাম
অপ্ৰয়াসে সাধে তাৰ গতি ॥ ২২১৩৭
তুমি প্ৰভু আদিদেৱ তোমাকেসে কৰো সেৱ
কহো এক বাক্য শুনিয়োক।
তথু বাক্য ধৰি মনে আসি আছো মই ৰণে
মই যাওঁ বিদায় দিয়োক ॥
হেন শুনি মহাবীৰ কতোক্ষণ মনে গুণি
মাতিলন্ত ৰেণুকাতনয়।

অম্বাক নেনস যেবে ঘৰক নযাইবি তেবে
দিয়ো যুদ্ধ কহিলো নিশ্চয় ॥২২১৩৮
মই বোলো শুনা ৰাম নকৰোহো হেন কাম
যদি প্ৰাণ যায় সমৰত।
পিতা পুত্ৰে সমে যুদ্ধ কৰয় কোন মুগুধ
কহিয়োক আমাৰ আগত ॥
তথাপিতো গুৰু যদি অম্বাৰ কাৰণে তুমি
যুদ্ধ কৰা মোহোৰ লগত।
দেখোক দেৱতাগণ গুৰুৰ শিষ্যৰ ৰণ
এহি বুলি চৰিলো ৰথত ॥ ২২১৩৯
দেখা আজি কেন কৰো অম্বাৰ মান্যক সাৰো
এহি বুলি লৈলো ধনুৰ্বাণ।
গুৰুপদ গোপালৰ মনে ধৰি নিৰন্তৰ
বোলা ৰাম ভণে পঞ্চানন ॥ ২২১৪০

---

ভীষ্মৰ লগত পৰশুৰামৰ যুদ্ধ

পদ

ভীষ্ম নিগদতি শুনা ৰাজা যুধিষ্ঠিৰ।
মোহোৰ বচন শুনি ৰাম মহাবীৰ ॥
অসংখ্যাত শৰ মাৰি আকাশ ছানিলা।
যুদ্ধ দেখিবাক লাগি ত্ৰিদশ আসিলা ॥ ২২১৪১
গুৰুৰ শিষ্যৰ যুদ্ধ চাহিবাক মনে।
বিমানত দেৱগণ ৰহিলা গগনে ॥
ইন্দ্ৰ আদি কৰি দেৱগণ যত যত।
যুদ্ধ চাহিবাক লাগি ৰৈলা আকাশত ॥ ২২১৪২
হংসৰ উপৰে আসিলন্ত স্থষ্টিকৰ।
ঋষিগণ আসিলন্ত দেখিতে সমৰ ॥
ময়ূৰে আসিলা দুই অশ্বিনীকুমাৰ।
ৰাজাগণ আসিলন্ত যুদ্ধ চাহিবাৰ ॥ ২২১৪৩
অপেস্বৰা গন্ধৰ্ব্ব যতেক স্বৰ্গবাসী।
যুদ্ধ চাহিবাক সবে ৰহিলেক আসি ॥
পৃথিবীত ৰাজাগণ যত আছিলেক্।
ৰথে চৰি সবে কুৰুক্ষেত্ৰে আসিলেক ॥ ২২১৪৪
ৰামক বুলিলো পাচে চৰিয়া ৰথত।
মোক শৰ গুৰু তুমি কৰা প্ৰথমত ॥
পাচে শৰ কৰো মই কিছু দোষ নাই।
আগে শৰ হানো যদি দেখিবে অন্যায় ॥ ২২১৪৫
মোৰ বাক্য শুনি গুৰু কোপ কৰি মনে।
ধনুখান টঙ্কাৰ কৰিলা ঘনে ঘনে ॥
পুনৰপি ধনু টানি আকৰ্ণ সমান।
প্ৰহাৰ কৰিলা বৎসদন্ত দশ বাণ ॥ ২২১৪৬
দশ অৰ্দ্ধচন্দ্ৰে দশ শৰকো ছেদিলো।
দুই শিলিমুখ হানি হৃদয় ভেদিলো ॥
মোৰ শৰে গুৰুতনু ভৈলা কম্পমান।
অনন্তৰে মোক হানিলেক তিনি বাণ ॥ ২২১৪৭
চাৰিগোটা ঘোৰাক তাৰিলা ছয় শৰে।
ললাটত এক বাণ তাৰিলা অন্তৰে ॥
এক অৰ্দ্ধচন্দ্ৰে শৰাসনক ছেদিলা।
পুনৰপি দশ শৰে হৃদয় ভেদিলা ॥ ২২১৪৮
আন ধনুখান ধৰি জানা নৰেশ্বৰ।
ৰামৰ গাৱত প্ৰহাৰিলো কুৰি শৰ ॥
মুহূৰ্ত্তেকে সাৰথিকে হানিলো দুই বাণ।
ৰামৰ কাটিতে মই চাওঁ ধনুখান ॥ ২২১৪৯
শৰে সমন্বিতে মোৰ ধনুক ছেদিলা।
হৃদয়ত কোপে দশ শৰ প্ৰহাৰিলা ॥
তেতিক্ষণে আন ধনুখান ধৰি হাতে।
সহস্ৰেক শৰ মোৰ পায়া ঋষিসুতে ॥ ২২১৫০
ক্ৰোধমনে শৰ প্ৰহাৰিলা মহাক্ৰুতে।
উকৰাই নিয়া শৰ কাটিলা বাটতে ॥
অযুত নিযুত লক্ষ হাজাৰে হাজাৰ।
লঘু যুদ্ধে গুৰু মোক প্ৰহাৰন্ত শৰ ॥ ২২১৫১
শুদ্ধ সুবৰ্ণৰ পুঙ্খ কতো ৰজতৰ।
ৰতনে ৰচিত কতো কতো ফটিকৰ ॥
কঙ্ক শগুনৰ পত্ৰে চায়া শৰচয়।
ভৈলা ময়ূৰৰ পত্ৰে কতো নিৰ্ম্মিছয় ॥ ২২১৫২
ৰাজহংস গৃধ্ৰপখা গৰুড়ৰ পাখি।
নিৰ্ম্মিয়াছে শৰচয় আকাশত দেখি ॥

সেহি শৰেগগনে প্ৰকাশে বিপৰীত।
দেখিয়া দেৱতাগণ ভৈলা ভয়ভীত ॥ ২২১৫৩
আকাশ পৃথিৱী সবে ভৈলা একাকাৰ।
নবহে পৱন ভৈলা দিনতে আন্ধাৰ ॥
চট চট কৰে শৰ পৰিয়া শৰত।
এৰিলেক পক্ষীগণে গতি আকাশত ॥ ২২১৫৪
লোহায় লোহাত লাগি অগনি উঠয়।
সেই অগনিয়ে সবে শৰ বিনাশয় ॥
ছিদ্ৰ চাই ৰামে এক ভল্ল প্ৰহাৰিলা।
বৰ টানে আসি মোৰ হৃদয় ভেদিলা ॥ ২২১৫৫
পৰিলা হাতৰ শৰাসন বিপৰীত।
ৰামশৰে ভৈলা মোৰ পৰম ব্যথিত ॥
মুহূৰ্ত্তেক মান মই তম্ভিয়া আছিলোঁ।
পাচে বামহাতে ধনুখান তুলি লৈলো ॥ ২২১৫৬
প্ৰণামি বুলিলো মোৰ বাক্য শুনিয়োক।
তযু শৰে গুৰু দেখিলোহো যমলোক ॥
হেৰা মই শৰ কৰো তোমাৰ তনুত।
এহি বুলি অগনিক জুৰিলো গুণত ॥ ২২১৫৭
হানিলো ৰামৰ হৃদয়ক লক্ষ্য কৰি।
তম্ভিয়া ৰহিলা ৰাম ঈষাদণ্ড ধৰি ॥
সন্ধুক্ষণ হুয়া মোক বুলিলা বচন।
ধন্য বাহুবল তোৰ ধন্য শৰাসন ॥ ২২১৫৮
একে আঙ্গুলিকে মোক তম্ভায়া ৰাখিলি।
আজি ভীষ্ম বৰ তই যশক লভিলি ॥
মন্ত্ৰ সমে অস্ত্ৰ শস্ত্ৰ শিখাইলোহো তোক।
তাহাৰ দক্ষিণা আজি তই দিলি মোক ॥ ২২১৫৯
বৰ স্নেহে শৰগণ শিখাইলোহো তোক।
হেন পৰাভৱ আজি ভীষ্ম দিলি মোক ॥
শিষ্য বুলি দেৱব্ৰত কৰোহো মনত।
দেখো কোনে ৰাখে আজি মোহোৰ হাতত ॥ '৬০
এহি বুলি প্ৰহাৰ কৰিলা এক বাণ।
এক প্ৰহৰৰ পথ নিলা ৰথখান ॥
ময়ো প্ৰহাৰিলো শৰ ৰামৰ ৰথক।
উৰুৱাই নিলো কতোদূৰে আকাশক ॥ ২২১৬১

পাচে দুয়োখান ৰথ ভৈলা একে ঠাই।
কতোক্ষণে ধনু ধৰি আছিলোহো চাই ॥
অনন্তৰে দুয়ো আনি টানি ঘোৰ ধনু।
ক্ষত বিক্ষত ভৈলা শৰে দুইৰো তনু ॥ ২২১৬২
যেন গেৰু ধাৰা যে বহয় পৰ্ব্বতৰ।
সেহিমতে শোণিত বহয় দুহান্তৰ ॥
দুইখান ধনু দেখি মণ্ডল আকাৰ।
বাসৱৰ ফুটে যেন শৰৰ প্ৰহাৰ ॥ ২২১৬৩
আকাশত থাকি দেৱে কৰে কাণাকাণি।
হেন বিপৰীত যুদ্ধ নতু দেখি শুনি ॥
বিকৱচ ভৈলা দুইৰো তনু শৰ অঙ্গে।
কল্প এৰি যুজে যেন দুইগোটা মাতঙ্গে ॥ ২২১৬৪
যৈসানি ভৈলেক যুদ্ধ ৰাম-ৰাৱণৰ।
ততোধিক যুদ্ধ দেখো আজি দুইহান্তৰ ॥
যেন যুদ্ধ ভৈলা পূৰ্ব্বে বলি-বাসৱৰ।
সেহিমত যুদ্ধ ভৈলা গুৰুৰ শিষ্যৰ ॥ ২২১৬৫
কিনো অদভুত ভৈলা অম্বাৰ কাৰণে।
দুয়োজনে যুদ্ধ কৰে মাৰিবাক মনে ॥
দুয়ো বলৱন্ত দুয়ো সমৰে প্ৰচণ্ড।
দুইৰো দুই শৰাঘাতে ভৈলা লণ্ডভণ্ড ॥ ২২১৬৬
তথাপি সমৰ নেৰে কিনো বিপৰ্য্যয়।
এহি বুলি দেৱগণ ভৈলেক বিস্ময় ॥
পৰম আশ্চৰ্য্য ভীষ্ম যুজন্ত ৰামক।
ৰামে অল্পমান যুদ্ধ কৰন্ত ভীষ্মক ॥ ২২১৬৭
নযাইবো স্বৰ্গক চাই থাকিবোহো ৰঙ্গ।
কাৰ জয় হোৱে কাৰ হোৱে ৰণভঙ্গ ॥
পৃথিৱীৰ ৰাজাগণ যত আসিছিল।
বিস্ময়ক পায়া সবে চাহিয়া থাকিল ॥ ২২১৬৮
সমৰ দেখিতে যেৱে সবে চাই আছে।
শুনা যুধিষ্ঠিৰ যেন যুদ্ধ ভৈলা পাচে ॥
অনন্তৰে মই শৰাসন নিবাৰিলো।
তীক্ষ্ণ তীক্ষ্ণ বাণ চাই ধনুত জুৰিলো ॥ ২২১৬৯
কতো শৰচয় দুই কাটো আকাশত।
কতো ধনু ধৰি তম্ভি থাকোহো ৰথত ॥

কতো শৰজালে থওঁ ৰথক আবৰি।
মৰ্ম্ম মৰ্ম্ম থানে কতো হানো লক্ষ্য কৰি ॥২২১৭০
যদি মই লক্ষেক প্ৰহাৰো ধনু ধৰি।
অৰ্ব্বুদেক হানে ৰামে মহাকোপ কৰি ॥
লঘুহস্তে দৃঢ় মুঠি বিদুৰ ভেদনে।
মহাতুল্য পৰাক্ৰম দেখে সৰ্ব্বজনে ॥ ২২১৭১
জানা যুধিষ্ঠিৰ যুদ্ধ ৰামৰ লগত।
যতেক কৰিলো তাক কহিবোহো কত ॥
এহিমতে দুয়োজনে প্ৰহাৰিলো শৰ।
সেহি সময়ত অস্ত ভৈলা দিবাকৰ ॥ ২২১৭২
ৰথৰ নামিয়া মই সঙ্কোচিত মনে।
প্ৰণাম কৰিলো গৈয়া গুৰুৰ চৰণে ॥
বুলিলো বচন গুৰু এৰা অসন্তোষ।
যুজিলো তোমাৰ বাক্যে নাহি কিছু দোষ ॥ '৭৩
হস্তিনাপুৰক যাওঁ দিয়োক বিদায়।
পাচে গুৰু মোক কোপে বুলিলেক চাই ॥
অম্বাক নেনস যদি গঙ্গাৰ তনয়।
নেদিবো বিদায় তোক বুলিলো নিশ্চয় ॥ ২২১৭৪
নেনিবো অম্বাক বুলি বঞ্চিলো ৰজনী।
ৰাত্ৰি অৱসানে দেখা দিলা দিনমণি ॥
প্ৰভাতৰ কাৰ্য্য যত কৰি সমাপত।
কৰিলোহো যাই নমস্কাৰ চৰণত ॥ ২২১৭৫
বুলিলো ৰামক গুৰু শুনা একমনে।
বঞ্চিলো ৰজনী মই তোমাৰ বচনে ॥
আমাৰ লগত যুজি কোন ফল পাইবা।
লোকে হাসিবেক আৰো কুযশক পাইবা ॥ '৭৬
মই যদি হাৰো গুৰু নকৰোহো শোক।
তুমি যদি হাৰা হাসিবেক দেৱলোক ॥
হস্তিনাপুৰক যাওঁ বিদায় দিয়োক।
হেন শুনি ৰামে বাক্য বুলিলেক মোক ॥২২১৭৭
অম্বাক নেনস যদি শুনা দেৱব্ৰত।
আজিয়ো কৰিব যুদ্ধ তোমাৰ লগত ॥
ভীষ্ম নিগদতি শুনা ৰেণুকাতনয়।
আৰ পুনৰপি চাটু নোবোলোহো মই ॥ ২২১৭৮
তোমাৰ শৰত যদি যাওঁ যমালয়।
নেনিবো অম্বাক ঘৰে বুলিলো নিশ্চয় ॥
এহি বুলি খানিতেক আছিলোহো চাই।
যুদ্ধক প্ৰবন্ধে ৰথে চড়িলোহো যাই ॥ ২২১৭৯
ৰামো চড়িলন্ত যাই ৰথৰ উপৰ।
সিয়ো দিনা যুদ্ধ দুইৰো ভৈলা ভয়ঙ্কৰ ॥
দুইহানো যুদ্ধত যেবে সাত দিন গৈলা।
শুনা যুধিষ্ঠিৰ তেবে যেন কথা ভৈলা ॥ ২২১৮০
সপ্তম দিনত যেবে মধ্যাহ্ন কালত।
ভৈলা মহাঘোৰ যুদ্ধ সেহি সময়ত ॥
দুইৰো যুদ্ধ দেখি সবে ভৈলা মহাভয়।
বোলে অকালতে আসি মিলিল প্ৰলয় ॥ ২২১৮১
হেন অদভুত যুদ্ধ দেখি নতু শুনি।
বিস্ময়ক পায়া সবে ৰৈলা মনে গুণি ॥
নাহি ভঙ্গ জয় ব্ৰহ্মাদেৱে দেখিলন্ত।
সৃষ্টি নষ্ট যায় দেখে দুইহান যুদ্ধত ॥ ২২১৮২
আকাশত ব্ৰহ্মা থাকি মনে গুণিলন্ত।
হংসযানে আসি দুইৰো মধ্যে পশিলন্ত ॥
দেখিলোহো দুয়ো সৃষ্টিকৰ আসিলন্ত।
আথেবেথে ৰথৰ যে নামিলো দুইহান্ত ॥ ২২১৮৩
নমস্কাৰ কৰিলোহো ধৰি চৰণত।
কৃতাঞ্জলি কৰি দুয়ো আছোহো আগত ॥
হাস্য কৰি ব্ৰহ্মা পাচে বুলিলা বচন।
কেনে তোৰা দুই যুদ্ধ কৰা অকাৰণ ॥ ২২১৮৪
এৰিয়োক যুদ্ধ ৰাম মিছা আপোনাক।
বোলন্ত যায়োক ভীষ্ম হস্তিনাপুৰক ॥
অম্বাৰ কপালে যেন লিখিয়া আছয়।
তাক গুচাইবাক হেন জন নাহিকয় ॥ ২২১৮৫
গুচাইবেক তাক হেন নাহি আন জন।
বিধাতাৰ লিখনক গুচাইবে কেমন ॥
তথাপিতো নযাওঁ মই আছোহো ৰহিয়া।
শিষ্যগণ লৈয়া গৈলা মোক নমাতিয়া ॥ ২২১৮৬
চাই আছো গৈলা অম্বা গুৰুৰ পাচত।
কতোক্ষণ যাই অম্বা পুছিলা ৰামত ॥

মোহোৰ নিমিত্তে গুৰু বুলিলা বিস্তৰ।
আৰো সাত দিন তুমি কৰিলা সমৰ ॥ ২২১৮৭
তথাপিতো ভীষ্ম মোক নেনিলেক ঘৰে।
কহিয়োক প্ৰাণ ত্যজিবোহো কাৰ তৰে ॥
শাল্বে নৰাখিলা ভীষ্মে কৰিলা নৈৰাশ।
কাৰ বধে অগনিত কৰিবোহো ত্ৰাস ॥ ২২১৮৮
অনন্তৰে ৰামদেৱে অম্বাক বুলিলা।
ভীষ্মৰ কাৰণে তোক শাল্বে নৰাখিলা ॥
তোৰ পাণি যাতো ভীষ্মে কৰিলা গ্ৰহণ।
শাল্ব ৰাজা তোক নৰাখিলা সি কাৰণ ॥ ২২১৮৯
এতেকতে জান অম্বা বধিতে ভীষ্মক।
ত্যজ প্ৰাণ এহি বুলি গৈলা আশ্ৰমক ॥
অম্বায়ো ৰামৰ বাক্য মনে অনুমানি।
জাহ্নবীৰ তীৰে যায় কাষ্ঠচয় আনি ॥ ২২১৯০
মনত বিষাদ বৰ পায়া অপমান।
অনন্তৰে অম্বা সাজিলেক চিতাখন ॥
অম্বাৰ চৰিত্ৰ যিটো শুনে একমনে।
নাহি অধৰ্ম্মক শঙ্কা ইতিনি ভুবনে ॥
দেৱ গোপালৰ পাদপদ্ম ধৰি মনে।
বোলে ৰাম ৰাম ভণে বিদ্যা পঞ্চাননে ॥ ২২১৯১

—:০:—

অম্বাৰ আত্মাহুতি

**লেছাৰী**

ভীষ্ম বোলে শুনা যুধিষ্ঠিৰ মোৰ বধহেতু গঙ্গাতীৰ
যাই কাষ্ঠচয় কৰিলেক একখান।
চাই আছে যত ৰাজাগণে মোত বৰ কোপমন ঘনে
আপুনি নিৰ্ম্মাণ কৰিলেক চিতাখান ॥
পাচে হাত কুশ পাঞ্চি ধৰি গঙ্গাজলে যাই স্নান কৰি
সঙ্কল্প কৰিয়া উঠিলেক যাই তীৰে।
বিস্ময়ক পায়া দেৱগণে চাই আছে সবে একমনে
মৌনব্ৰতে অম্বা চলিলেক ধীৰে ধীৰে ॥ ২২১৯২
ৰামৰ লগত যত ৰণ কৰিলেক তাক বিবেচন
সবে কৰিলেক ঋষিগণ আগে যাই।
অম্বাৰ বচন থাকি শুনি বুলিলা সমস্তে মনে গুণি
ভীষ্মৰ নিমিত্তে তেজিয়োক প্ৰাণ আই ॥
তাসম্বাক কৰি নমস্কাৰ ক্ৰোধমন যে হুইয়া অম্বাৰ
চলিলাহা যৈত চিতাখান আছে কৰি।
সূৰ্য্য সোম যম হুতাশন এসম্বাক আদি দেৱগণ
শুনা সবে বোলো হাতে অগনিক ধৰি ॥ ২২১৯৩
ভীষ্ম বধহেতু ত্যজো প্ৰাণ এহি বুলি অম্বা চিতাখান
প্ৰদক্ষিণ কৰি ফুৰিলেক সাতবাৰ।

বিমানে চড়িয়া দেৱগণে পৰম বিস্ময় দেখি মনে
অদভুত কৰ্ম্ম দেখিয়া সবে অম্বাৰ ॥
অনন্তৰে অম্বা অগ্নি জ্বালি লগাইলা চিতাক ঘৃত ঢালি
আকাশ ঢাকিয়া উঠিলেক বৈশ্বানৰ।
ত্ৰিদশ দেৱতা আছে চাই সেহি অগনিৰ মধ্যে যাই
পৰিলেক মোৰ বধহেতু নৰেশ্বৰ ॥ ২২১৯৪
হাহাকাৰ কৰে সৰ্ব্বজনে পাচে মোক বধিবাক মনে
দ্ৰুপদৰ ঘৰে কন্যা হুয়া জন্মিলেক।
বহি আছা ৰাজা সিংহাসনে অপুত্ৰ ৰাজাৰ ভাৰ্য্যাগণে
মন্ত্ৰণা কৰিয়া পুত্ৰ বুলি কহিলেক ॥
শুনি ৰাজা ৰঙ্গ আতি ভৈলা হাতে তিলকুশ তুলি লৈলা
অযুতেক ধেনু ব্ৰাহ্মণক দিলা দান।
গুৰু গোপালৰ চৰণত ৰৌক মোৰ মন অবিৰত
বোলে ৰাম ৰাম ভণে বিদ্যা পঞ্চাননে ॥ ২২১৯৫

---

পদ

শিখণ্ডীৰ জন্ম

সঞ্জয় বদতি শুনিয়োক নৰেশ্বৰ।
পাচত কহিবো যুদ্ধ ভীষ্ম অৰ্জ্জুনৰ ॥
যুধিষ্ঠিৰ নৃপতি পুছিলা অনন্তৰে।
কন্যা হুয়া জন্মিলেক দ্ৰুপদৰ ঘৰে ॥ ২২১৯৬
পাচে সিটো কেনমতে ভৈলেক শিখণ্ডী।
ইটো কথা পিতামহ কহিয়ো উখণ্ডি ॥
ইটো কথা অদভুত শুনা একমনে।
কন্যা হৈলে নপুংসক ভৈলা কি কাৰণে ॥২২১৯৭
ভীষ্ময়ে বোলন্ত শুনিয়োক নৰেশ্বৰ।
আছিলেক অপুত্ৰ দ্ৰুপদ নৃপবৰ ॥
নাহি সুখ শান্তি কিছু মনত হৰিষ।
ভাৰ্য্যসকলক ৰাজা যেন দেখে বিষ ॥ ২২১৯৮
অপুত্ৰক ভৈলে তাৰ জীৱন নিষ্ফল।
পিতৃসবে তাৰ নপাৱয় পিণ্ডজল ॥
পুত্ৰ নাহি নৃপতিৰ মনে মহাদুখ।
যিবা বস্তু খাই তাতো নাহি কিছু সুখ ॥ ২২১৯৯
এহি বুলি নৃপতি মনত দুখে আছে।
অনন্তৰ মহাদেৱৰ গৰ্ভ ভৈল পাচে ॥
মিলিল মনত মহা আনন্দ ৰাজাৰ।
শুনিয়োক মহাদই আমাৰ মনৰ ॥ ২২২০০
যদি পুত্ৰ হোৱে তোৰ শুন প্ৰাণেশ্বৰি।
মই তোৰ অধীন জানিবি আজি ধৰি ॥
কৰাৱয় স্বস্ত্যয়ন ব্ৰাহ্মণক আনি।
নভৈলেক পুত্ৰ জন্মিলেক কন্যাখানি ॥ ২২২০১
পুত্ৰ নুহি কন্যা দেখি দেহা দহে দুখ।
হৰি হৰি ৰাজা নেদেখিলা পুত্ৰমুখ ॥
পাচে সবে আলোচিয়া মন্ত্ৰণা কৰিলা।
পুত্ৰ বুলি যাই নৃপতিত জ্ঞান দিলা ॥ ২২২০২
শুনি নৃপতিৰ আনন্দৰ সীমা নাই।
সবস্ত্ৰে জলত নামি স্নানিলন্ত যাই ॥

সুবৰ্ণ ৰজত বস্ত্ৰ আৰো ধেনুগণ।
দিলন্ত অনেক ব্ৰাহ্মণৰ পূৰি মন ॥ ২২২০৩
বজাৱে দুন্দুভি ভেৰী খোল কৰতাল।
বীৰঢোল মৃদঙ্গ যে গোমুখ কাহাল ॥
ডিণ্ডিম ডগৰ বাদ্য বাৱে অবিলাসে।
বীণা বেণু কৰতাল যন্ত্ৰ ভেৰু ভাসে ॥ ২২২০৪
পনহ জাঞ্জৰ ৰুদ্ৰ আনো বাদ্য যত।
নাচে গাৱে বজাৱয় আনন্দ মনত ॥
দ্ৰুপদ ৰাজাৰ আনন্দৰ সীমা নাই।
পাচে যেন ভৈল শুনিয়োক কুৰুৰায় ॥ ২২২০৫
অনন্তৰে পটেশ্বৰী গণকক আনি।
ধন দিয়া অনেক বুলিলা তাক বাণী ॥
হেন কথা কহিবাহা ৰাজাৰ আগত।
আজি যেন ৰাত্ৰি মই দেখিলো স্বপ্নত ॥ ২২২০৬
পুত্ৰমুখ নচাহিবা স্বপ্নত দেখিলো।
যাতো মোৰ ইষ্ট তুমি তাতেসে কহিলো ॥
স্নেহত থাকিয়া যদি চাহা পুত্ৰমুখ।
তেবেতো ৰাজাৰ ঘোৰ হৈবে মন দুখ ॥ ২২২০৭
দ্বাদশ বৎসৰ নচাহিলে তনয়ক।
নৃপতিৰ মন্দ নাই কহিলা গণক ॥
মোৰ কথা যিমতে নজানে মহাৰায়।
চলিয়ো সত্বৰে বিলম্বত কাৰ্য্য নাই ॥ ২২২০৮
দিলন্ত উত্তম বস্ত্ৰ কৰ্ণত কুণ্ডল।
হাতত সোণাৰ তাৰ পৰম উজ্জ্বল ॥
বিদায় কৰিবে নৃপতিৰ আগে গৈলা।
দেখি পটেশ্বৰী বৰ আনন্দ কৰিলা ॥ ২২২০৯
লমলম কৰে ভূনি লোটয় মাটিত।
চলি যাই বেগে ভিৰ দিয়া লাখুটিত ॥
কান্ধে পাঞ্জিখান তাৰ কপৰা কান্ধত।
কাসন্তে কাসন্তে কতো ভৰছে বস্ত্ৰত ॥ ২২২১০
কতো উঠে কতো পৰে কতো বেগে যাই।
তম্ভিয়া থাকয় কতো উপৰক চাই ॥
লোকে দেখি বোলে এই কৈৰ বুঢ়াগোট।
হাতত দেখোহো তাৰ চাল সোতাসোত ॥ ২২২১১
কতো কতো জনে বোলে শুনিয়ো বচন।
কাখত দেখোহো পাঞ্জি গণকৰ ঠান ॥'
কতোক্ষণে পাইলা যাই ৰাজাৰ দুৱাৰ।
দুৱৰীক বোলে কথা জনায়ো আমাৰ ॥ ২২২১২
বজ্ৰখৰি নাম মোৰ জগতে বিদিত।
ভূত ভৱিষ্যত মোত নাহি অবিদিত ॥
হেন শুনি দ্বাৰী যাই কৰি নমস্কাৰ।
জনাইলেক ৰাজাত গণক আসিবাৰ ॥ ২২২১৩
দ্ৰুপদে বোলয় শীঘ্ৰে আনিয়োক মাতি।
কহোক পুত্ৰৰ কথা শুনো কৰ্ণপাতি ॥
কিবা ভাল কিবা মন্দ পুত্ৰৰ হৈবেক।
জানে যদি বজ্ৰখৰি সবে কহিবেক ॥ ২২২১৪
ৰাজাৰ বচনে দ্বাৰী আতি শীঘ্ৰ কৰি।
নৃপতিৰ আগক নিলেক হাতে ধৰি ॥
পুছিলা নৃপতি গণকৰ মুখ চাই।
কিবা নাম তোমাৰ থাকাহা কোন ঠাই ॥ ২২২১৫
এক গুটি পুত্ৰ মোৰ আছয় জন্মিয়া।
কিবা ভাল কিবা মন্দ চাওঁ জিজ্ঞাসিয়া ॥
গণকে বোলয় মোৰ নাম বজ্ৰখৰি।
জ্যোতিষকো জানো আগমকো আছো পঢ়ি ॥'১৬
সকলে জানোহো মই ভূত ভৱিষ্যত।
আই মহাদই স্নেহ কৰায় সবাত ॥
তানেসে প্ৰসাদে আছো ৰাজ্যত তোমাৰ।
শুনা ভাল মন্দ কহো তোমাৰ পুত্ৰৰ ॥ ২২২১৭
এহি বুলি গণক হাতত পাঞ্জি ধৰি।
পাতিলেক নৱগ্ৰহ মহাযত্ন কৰি ॥
বিচাৰ কৰিয়া বোলে শুনা নৰেশ্বৰ।
হৈবেক তোমাৰ পুত্ৰ মহাধৰ্ম্মৰ্দ্ধৰ ॥ ২২২১৮
অনেক বৎসৰ জীৱ নাহিকে অন্যথা।
একখানি ছিদ্ৰ আছে শুনা তান কথা ॥
দ্বাদশ বৎসৰ পুত্ৰৰ মুখ নেদেখিবা।
যেবে দেখা তেবে ৰাজা বিষাদ লভিবা ॥ '২১৯
দ্বাদশ বৎসৰ অনন্তৰে নৃপবৰ।
সুমঙ্গল কৰি মুখ দেখিবা পুত্ৰৰ ॥

হৰিষ বিষাদ মন নৃপতিৰ ভৈলা ।
অনন্তৰে বজ্ৰধৰি বিদায় কৰিলা ॥ ২২২২০
পাত্ৰসকলক ৰাজা বুলিলা সভাতে ।
বালক কালৰ ৰঙ্গ নপাইলো দেখিতে ॥
আধাফুটা বাক্য যেৱে শুনে বালকৰ ।
অমৃততোধিক স্বাদ পাৱে সিটো নৰ ॥ ২২২২১
কতো উঠে কতো পৰে আণ্ঠু কাঢ়ি যায় ।
কতো প্ৰিয় হুয়া আসি থাকে মুখ চাই ॥
হেনয় আনন্দ নপাইলোহো দেখিবাক ।
এহি বুলি ৰাজা দোষ দেই বিধাতাক ॥ ২২২২২
অনন্তৰে পাত্ৰসবে বুলিলা বচন ।
দেখিবা পুত্ৰক ৰাজা নকৰা বিমন ॥
অনন্তৰে বাঢ়য় বৎসৰ বহি গৈলা ।
পুত্ৰক দেখিতে ৰাজা উত্ৰাৱল ভৈলা ॥ ২২২২৩
শুভদিনে শুভলগ্ন কৰিয়া নৃপতি ।
দিয়াইলা বিপ্ৰক আনি অগ্নিত আহুতি ॥
জিলিপি কচুৰি লুচি দিলা শত শত ।
ঘৃতৰ সন্দেশ আনিয়াছে যত যত ॥ ২২২২৪
ঘনক্ষীৰ চিনি মধু দধি দুগ্ধ ঘৃত ।
মিষ্ট মিষ্ট আদি ফল আৰু পঞ্চামৃত ॥
এহি সকল আদিকৰি বস্তু নিৰন্তৰ ।
খুৱাইলা আনন্দে মন পূৰি ব্ৰাহ্মণৰ ॥ ২২২২৫
সুৱৰ্ণ দক্ষিণা ৰাজা দিলা ৰঙ্গমনে ।
অনন্তৰে যাই বসিলেক সিংহাসনে ॥
নৃপতিক বেঢ়ি পাত্ৰ মন্ত্ৰীগণ যত ।
নমিয়া বসিলা সবে আনন্দে মনত ॥ ২২২২৬
ধাইক মাতি আনি ৰাজা বুলিলন্ত চাই ।
অন্তেসপুৰক যায়ো মহাদেৱ ঠাই ॥
আনিয়ো পুত্ৰক শুভক্ষণে দেখো মুখ ।
গুচোক সকলে মোৰ হৃদয়ৰ দুখ ॥ ২২২২৭
ৰাজাৰ বচনে ধাই শীঘ্ৰে চলি গৈলা ।
নমস্কাৰ কৰি কথা কহিবাক লৈলা ॥
পুত্ৰক দেখিতে ৰাজা উত্ৰাৱল মতি ।
তোমাৰ পাশক মাৰ পঠাইলা সম্প্ৰতি ॥ ২২২২৮
ধাইৰ বচন শুনি ৰাজ পটেশ্বৰী ।
সুখাইলেক ওষ্ঠ কণ্ঠ যেন গৈল অৰি ॥
অন্ধকাৰ দেখে মুখে হৰিলেক মাত ।
সবল বৃক্ষত যেন পৰিল নিৰ্ঘাত ॥ ২২২২৯
বাঢ়য় বৎসৰ ৰাখিলোহো পুত্ৰ বুলি ।
নিশ্চয় কাটিব আজি মোৰ নাক চুলি ॥
হৰি হৰি বিধাতা কৰিবো আজি কিস ।
কিবা অগ্নি জ্বালি মৰো কিবা খাওঁ বিষ ॥ '৩০
এহি বুলি মহাদুখে কৰন্ত ক্ৰন্দন ।
অনন্তৰে ধাই তাঙ্ক বুলিলা বচন ॥
ধাই বোলে আই তুমি নকৰিবা শোক ।
দেখাইবো ৰাজাক নিয়া যেহি লাগে হৌক ॥ '৩১
স্ত্ৰী গুচাই এহিক্ষণে কৰিবো কুমাৰ ।
চিনিবাক যেন নপাৰয় নৰেশ্বৰ ॥
এহি বুলি ভণ্ডাৰৰ বস্ত্ৰ আনিলেক ।
পৰম যতনে শৰীৰত পিন্ধাইলেক ॥ ২২২৩২
পাগ পটু কাজ মাইজাৰ পিন্ধাইলা ।
কপালত দিয়া অৰ্দ্ধচন্দ্ৰ ফোটা দিলা ॥
গলে কণ্ঠমালা গজমুকুতা কৰ্ণত ।
সুৱৰ্ণ নূপুৰ দুই পিন্ধাইলা পাৱত ॥ ২২২৩৩
জঠৰে বন্ধাইলা সুৱৰ্ণৰ জমাদাৰ ।
সাক্ষাতে দেখয় যেন ৰাজাৰ কুমাৰ ॥
বিস্ময় ভৈলেক কন্যা মনে মনে গুণি ।
আমাক মুহিলে আউৰ চিনিবেক কোনি ॥ '৩৪
এহি বুলি দিলা সবে উকলি জোকাৰ ।
অনন্তৰে ধাই নিলা আগক ৰাজাৰ ॥
পুত্ৰক দেখিয়া ৰাজা হৰষিত মনে ।
সাবটি ধৰিলা বৈসাইলেক সিংহাসনে ॥ ২২২৩৫
ঘনে ঘনে চাহে ৰাজা পুত্ৰৰ বদন ।
অমৃত পিৱন্তে যেন সুপূৰয় মন ॥
সেহিমতে আনন্দ সমুদ্ৰে নিমজিল ।
সভাক চাহিয়া ৰাজা বচন বুলিল ॥ ২২২৩৬
বালক কালৰ ছৱালৰ যত ৰঙ্গ ।
দেখিতে নপাইলো বিধি কৰিলেক ভঙ্গ ॥

যি ভৈল সি ভৈল তাৰ চিন্তিয়া নপায় ।
বিবাহ যিমতে হুই চিন্তিয়ো উপায় ॥ ২২২৩৭
ৰূপে অনিন্দিত হৈব কুমাৰ আমাৰ ।
হেন কন্যা যৈত আছে কৰিয়ো বিচাৰ ॥
বুঢ়া পাত্ৰে বোলে শুনিয়োক নৰপতি ।
দক্ষিণ দেশত আছে সুষেণ নৃপতি ॥ ২২২৩৮
শৈব্যা নামে এক তান আছয় দুহিতা ।
ৰূপে বিদ্যাধৰী সৰ্ব্বগুণে আনন্দিতা ॥
ভাল এক দূত চাই পঠায়া দিয়োক ।
সুষেণৰ ঠাই সেহি কন্যা সুধিয়োক ॥ ২২২৩৯
ৰাজায়ে বোলয় শুনিয়োক বুঢ়া পাত্ৰ ।
বাপৰ কালৰ মোৰ তুমি আছা মাত্ৰ ॥
আপুনি চায়োক পাত্ৰ মোহোৰ বচনে ।
বিলম্ব নকৰি চলি যায়ো এতিক্ষণে ॥ ২২২৪০
ৰাজাৰ বচন পাত্ৰ কৰি শিৰোগত ।
নমস্কাৰ কৰি পাত্ৰ চৰিলা ৰথত ॥
দ্ৰুপদেও সভা বিসৰ্জ্জিলা তাতপৰে ।
পুত্ৰ মানি কন্যাক পঠাইলা অভ্যন্তৰে ॥ '৪১
সুবৰ্ণ মন্দিৰে ৰাজা প্ৰবেশিলা যাই ।
কতো দিনে পাইলা পাত্ৰে সুষেণৰ ঠাই ॥
পাত্ৰ আসিবাৰ কথা দুৱৰী কহিলা ।
পাচে ৰাজা পাত্ৰক সভাক মাতি নিলা ॥ ২২২৪২
সুষেণ নৃপতি পাচে আসন দিয়াইলা ।
আপোনাৰ নজিকত আনিয়া বৈসাইলা ॥
নৃপতিক পাত্ৰে কৰযোৰে কৰি হাত ।
কিছু শঙ্কোচিত হুয়া বসিলা সভাত ॥ ২২২৪৩
অনন্তৰে হাসি ৰাজা পুছিলা পাত্ৰত ।
তোমাৰ নৃপতি ভালে আছয় ৰাজ্যত ॥
কি কাৰ্য্যে আসিছা কিয় দিলন্ত পঠাই ।
কহিয়োক পাত্ৰ মোত শুনো সমুদায় ॥ ২২২৪৪
বুঢ়া পাত্ৰে বোলে শুনিয়োক নৰেশ্বৰ ।
একগুটি পুত্ৰ আছে ৰাজা দ্ৰুপদৰ ॥
সম্বন্ধ কৰিতে চান্ত তোমাৰ লগত ।
সি কাৰণে পঠাই দিলা কৈলো স্বৰূপত ॥ '৪৫
সুষেণে বোলয় কথা শুনা কহো নিষ্ট ।
দ্ৰুপদ নৃপতি জানা মোৰ বৰ ইষ্ট ॥
কৰিবো সম্বন্ধ আত নাহি অন্যথা ।
আন গণকক পোছো বিবাহৰ কথা ॥ ২২২৪৬
ৰাজাৰ বচনে দূতে আনিলেক মাতি ।
বুঢ়া গণকক যাই শীঘ্ৰ কৰি আতি ॥
চলি যাই গণক মাটিত নেদে ভৰি ।
হাতে পাঞ্জি ধৰি তথা মিলিল সৰ্ব্বখৰি ॥ ২২২৪৭
গণকক চাহিয়া বুলিলা নৰেশ্বৰ ।
শুভলগ্ন কৰিয়া দিয়োক বিবাহৰ ॥
গণকে বোলয় ৰাজা শুনিয়ো প্ৰস্তুত ।
বেটীৰ নিমিত্তে দুখ লভিবা বহুত ॥ ২২২৪৮
আৰ এক কথা কহো শুনা মহাবল ।
কন্যাদান কৰি কিছু লভিলা কুফল ॥
নৃপতি বোলয় মোৰ কিবা ভাল মন্দ ।
দ্ৰুপদ ৰাজাৰ লগে কৰিবো সম্বন্ধ ॥ ২২২৪৯
গণকক হেন বাক্য নৃপতি বুলিলা ।
ধৰি পাঞ্জি সৰ্ব্বখৰি গণিবাক লৈলা ॥
গণকৰ কথা ৰাজা লিখিয়া পত্ৰত ।
পাত্ৰক বুলিলা দিবা ৰাজাৰ আগত ॥ ২২২৫০
সভা পাতি দ্ৰুপদে বসিছা সিংহাসনে ।
পাত্ৰে পত্ৰ দিলা নিয়া আতি ৰঙ্গমনে ॥
পত্ৰ শুনি ৰাজাৰ পৰম ৰঙ্গ ভৈলা ।
সসৈন্যে সহিতে সাজি বিবাহক গৈলা ॥ ২২২৫১
সুষেণেয়ো বিবাহ দিলন্ত শুভলগ্নে ।
পূৰিলা সবাৰ মন বসনে ভূষণে ॥
অনেক যৌতুক দিলা আনন্দে মনত ।
পঠাইলন্ত বৰ কন্যা তুলিয়া ৰথত ॥ ২২২৫২
অন্যৰ কথাৰ যাতো ৰস হবে ভঙ্গ ।
তাতেসে কহিলো অল্প বিবাহ প্ৰসঙ্গ ॥
লজ্জা দিলে যাতো পদ বাঢ়য় বিস্তৰ ।
সি কাৰণে পদ মাত্ৰ কৰিলো শ্লোকৰ ॥ '৫৩
নানা বাদ্য ভণ্ড কৰি পৰম উৎসৱে ।
গৃহক চলিলা বৰ কন্যা মহোৎসৱে ॥

মিলিল সবাৰে আতি পৰম আহ্লাদ।
অন্তঃপুৰে ভৈলা সবে হৰিষ বিষাদ ॥ ২২২৫৪
এহিমতে কতোদিন যাহান্তে আছয়।
একে পৰ্য্যঙ্কতে দুয়ো শুতিয়া থাকয় ॥
সুষেণ ৰাজাৰ বেটী গুণে মনে মনে।
একে পৰ্য্যঙ্কতে শুতি থাকো দুয়ো জনে ॥ '৫৫
নকৰে সম্ভাষা মনে নকৰে আহ্লাদ।
ইটো বিপৰ্য্যয় আতি মিলিল বিষাদ ॥
মোক পিঠি দিয়া থাকে শৰীৰ আৱৰি।
শুতিয়া থাকয় সঙ্গে মৌনব্ৰত কৰি ॥ ২২২৫৬
অৱশ্যে জানিলো মুহি ৰাজাৰ তনয়।
অনুমানে জানো কন্যা হৈবেক নিশ্চয় ॥
মহাদুখে আছে কন্যা চিন্তিয়া মনত।
পাচে ৰাত্রি দুই শুতিলেক পৰ্য্যঙ্কত ॥ ২২২৫৭
দ্ৰুপদ ৰাজাৰ বেটী বৰ নিদ্ৰা গৈলা।
সুষেণ ৰাজাৰ কন্যা জিজ্ঞাসিবে লৈলা ॥
চাহিলন্ত বসন গুচাই শৰীৰৰ।
জানিলেক কন্যা হয় ৰাজাৰ কুমাৰ ॥ ২২২৫৮
কন্যাৰ আবৃত্তি দেখি মনত গুণয়।
ভৈলোহো বিধৱা মই জানিলো নিশ্চয় ॥
কৰিলে দ্ৰুপদে মোক হেনয় অৱস্থা।
কোন লাজে আনত কহিবো ইটো কথা ॥ ২২২৫৯
হৰি হৰি প্ৰভু মই কি কাম কৰিবো।
বাপৰ ৰাজ্যক লাগি কাহাক পঠাইবো ॥
এহিমতে কন্যা পাচে মনদুখে আছে।
সুষেণেয়ো এক দূত পঠাই দিয়া আছে ॥ ২২২৬০
বাপ বিনে কোনে দুখ কৰে নিবাৰণ।
পৃথিবীমণ্ডলে নেদেখোহো হেন জন ॥
এহি বুলি প্ৰভাতে লিখিলা পত্ৰখান।
পঠাই দিলেক সুষেণৰ বিদ্যমান ॥ ২২২৬১
কন্যাৰ বচনে দূত শীঘ্ৰ কৰি গৈলা।
সুষেণ ৰাজাৰ হাতে পত্ৰখানি দিলা ॥
সুষেণ নৃপতি পাচে পত্ৰক পঢ়িলা।
বেটীৰ বৃত্তান্ত যত সকলে শুনিলা ॥ ২২২৬২
পাত্ৰ-মন্ত্ৰীগণক বুলিলা ৰাজা চাই।
দ্ৰুপদৰ দেখিয়োক কিমত অন্যায় ॥
কন্যাক কৰাৱে বিহা বেটীৰ লগত।
আতপৰে কোন শত্ৰু আছে সংসাৰত ॥ ২২২৬৩
পাত্ৰ সকলোৱে বোলে হুয়ো সাৱধান।
দ্ৰুপদ ৰাজাক মাৰি সুজো সবে মান ॥
এহি বুলি ৰথে চৰি চলিলা নৃপতি।
পাত্ৰমন্ত্ৰীগণে বেঢ়ি যাই চতুৰ্ভিতি ॥ ২২২৬৪
হয় হস্তী ৰথী ৰথ সেনা যত যত।
মহা চমৎকাৰে চলে আনন্দে মনত ॥
কতিপয় দিনে পাইলা দ্ৰুপদনগৰ।
বেঢ়িলেক নগৰক প্ৰজা সুষেণৰ ॥ ২২২৬৫
লুৰি পুৰি ফুৰে সবে আনন্দে মনত।
মহাভয়ে লোকে জনাইলেক দ্ৰুপদত ॥
শুনিয়োক মহাৰাজ বিলাই আমাৰ।
সৰ্ব্বস্বক নেই ঘৰ লোৰয় আমাৰ ॥ ২২২৬৬
লোকৰ বচন শুনি দ্ৰুপদ নৃপতি।
বোলে মোক মিছা কথা কহ মন্দমতি ॥
পুত্ৰ লাগি তাৰ বেটী কৰাইছো বিবাহ।
তোমাৰ শুনিয়া কথা মোৰ লাগে হাস ॥ ২২২৬৭
জানো দেখিবাক আসিয়াছে দুহিতাক।
আগবাঢ়ি গৈয়া সবে আনিয়ো ৰাজাক ॥
বুঢ়া পাত্ৰ শীঘ্ৰে বাসাঘৰ সজায়োক।
যাক যেন যোগ্য বাসা ঘৰক দিয়োক ॥ ২২২৬৮
পুৰোহিত চলি গৈলা সুষেণৰ ঠাই।
মনদুখে আছে ৰাজা দেখিলেক যাই ॥
ব্ৰাহ্মণে বোলয় ৰাজা লৈয়ো আশীৰ্ব্বাদ।
আসিছা বিহাইৰ ঠাই কিসৰ বিষাদ ॥ ২২২৬৯
ৰাজা বলে পুৰোহিত শুনা একমনে।
যি কৰিছে দ্ৰুপদে কৰিব আন কোনে ॥
বেটীক বিহাইছে তান কন্যাৰ লগত।
আত পৰে কোন শত্ৰু আছে সংসাৰত ॥ ২২২৭০
এহি বুলি পত্ৰখান দিলা আগ কৰি।
ভৈলা মহালাজ বিপ্ৰগণে পত্ৰ পঢ়ি ॥

দ্রুপদৰ হাতে নিয়া সেহি পত্র দিলা।
পত্রৰ বৃত্তান্ত শুনি থিয়য়ে মৰিলা॥ ২২২৭১
ধাইক আনিয়া ৰাজা বুলিলেক বাণী।
কেনে হেন অকর্ম্ম কৰিলি অভাগিনী॥
কহ মোত পুত্র বুলি দুহিতাৰ কথা।
দেখা আজি কৰো তোৰ এনয় অৱস্থা॥ ২২২৭২
আজি গুচাওঁ মই তোৰ পটেশ্বৰী নাম।
যেন পুনৰপি নকৰস হেন কাম॥
নাক কাণ কাটি খেদিবো বিদেশক।
হেন মন্দ কর্ম্ম তই কৰস কিসক॥ ২২২৭৩
ৰাজাৰ বচনে ধাই হুয়া কম্পমান।
কহিলা সকলে যাই মহাদৈৰ থান॥
কথা শুনি মহাদৈ ঢলিয়া পৰিল।
সবল বৃক্ষত যেন কুঠুৰি পৰিল॥ ২২২৭৪
কদলী বৃক্ষত যেন বতাহ লাগিলা।
সেহিমতে মহাদৈ কম্পিবে লাগিলা॥
হাত পাৱ কাম্পয় নিশ্বাস তেজে ঘনে।
হৰি হৰি বিধাতা কৰিলি হেন ঠানে॥ ২২২৭৫
ভীষ্ম নিগদতি ৰাজা শুনা সাৱধানে।
দ্রুপদ ৰাজাৰ বেটী গুণে মনে মনে॥
মই পাপিষ্ঠীৰ কার্য্য ভৈল এতদূৰ।
যি কৰিলে সকলে ভাৱনা ভৈল চূৰ॥ ২২২৭৬
ইটো লাজ অপমানে কেনে প্রাণ ধৰো।
কিবা বিষ খাওঁ কিবা অগ্নি জ্বালি মৰো॥
উত্তৰ দিশক যাই কিবা ছাড়ো প্রাণ।
আতপৰে উপায় নেদেখো মই আন॥ ২২২৭৭
হৰিসে কৰিলে মোক এমুৰা বিপত্তি।
এহি বুলি ৰাজকন্যা মনত গুণন্তি॥
গুৰু গোপালৰ পাদপদ্ম ধৰি মনে।
বোলা ৰাম ৰাম ভণে বিদ্যাপঞ্চাননে॥ ২২২৭৮

—— ——

দ্রুপদকন্যাৰ পলায়ন

পদ

কান্দে ৰাজকন্যাগণ বিয়াকুল চিত্ত।
লোটালুটি কৰে কন্যা পৰি ধৰণীত॥
ইটো লাজ হুয়া অপমানে প্রাণ ধৰো।
গলত কটাৰী মাৰি কিসক নমৰো॥ ২২২৭৯
জন্মিলোহো কন্যা পুত্র বুলি কৰে মাৰে।
কিসক ৰাজাৰ কন্যা বিবাহ কৰাৱে॥
থাকিল কুখ্যাতি মোৰ ধৰণীমণ্ডলে।
ফাট দিয়া বসুমতী যাওঁ ৰসাতলে॥ ২২২৮০
সুষেণ নৃপতি আসি সাজিয়াছে ৰণে।
হৈবেক পৰম যুদ্ধ মোহোৰ কাৰণে॥
কি কর্ম্ম কৰিলো মই যাইবো কোন থানে।
এখনে ছাৰিবো প্রাণ হেন অপমানে॥ ২২২৮১
পৃথিৱীৰ ৰাজাগণ সভাত বসিয়া।
উপহাস কৰি কথা কহিব হাসিয়া॥
সুষেণ ৰাজাৰ কন্যা দ্রুপদ নৃপতি।
বেটীক লাগিয়া বিয়া কৰাৱে দুর্ম্মতি॥ ২২২৮২
হেন নিন্দা বাপক কৰিবে সর্ব্বকাল।
আত কাৰ মৰো যদি সর্ব্বগুণে ভাল॥
অর্দ্ধেক ৰাত্রিত কন্যা হেন মন দুখে।
একেশ্বৰে চলি গৈলা উত্তৰৰ মুখে॥ ২২২৮৩
কতো দুৰ কন্যা যেৱে যাহান্তে আছয়।
এৰাইলেক নদী নদ পর্ব্বত আলয়॥
উপবন এৰায়া পাইলন্ত কতো দুৰ।
অনন্তৰে কন্যা যাই পাইলা যক্ষপুৰ॥ ২২২৮৪
আছয় জীমূত যক্ষ মহাতপ কৰি।
উত্তৰ দিশক যাই তাক পৰিহৰি॥
জীমূতে দেখন্ত ৰাত্রি কন্যাগোট যায়।
যক্ষক পঠাই পাচে আনিলা মতাই॥ ২২২৮৫
জীমূতে পুছন্ত তই কাহাৰ দুহিতা।
কোন বা থানত থাকা কাৰ বিবাহিতা॥
উত্তৰ দিশক কেনে একেশ্বৰে যাস।
সিংহে বাঘে খাইবে তোক হুইবে সর্ব্বনাশ॥ ৮৬

ৰাজাৰ কুমাৰী হেন লবে মোৰ মনে।
অৰ্দ্ধেক নিশাত তই ফুৰ কি কাৰণে ॥
যদি তপ কৰিবি তপৰ নুহি কাল।
কহ নিষ্ট কৰি তই এৰা আল জাল ॥ ২২২৮৭
নভাণ্ডিবি কন্যা মোত কহ সবে কথা।
সাধিবো তোমাৰ কাৰ্য্য নাহিকে অন্যথা ॥
গুৰু গোপালৰ পাদপদ্ম ধৰি মনে।
বোলা ৰাম ৰাম ভণে বিদ্যাপঞ্চাননে ॥ ২২২৮৮

---

দ্ৰুপদ কন্যাৰ পুৰুষ-চিহ্ন লাভ

পদ

সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ।
পাচে যি কৰিলা কথা কহো অনন্তৰ ॥
ভীষ্ম যে বোলন্ত শুনা পাণ্ডুৰ নন্দন।
যক্ষক চাহিয়া কন্যা বোলয় বচন ॥ ২২২৮৯
কন্যা বোলে জীমূত শুনিয়ো মোৰ কায।
কি কহিবো তোমাত কহন্তে আছে লাজ ॥
দ্ৰুপদ মোহোৰ পিতৃ নাহিকে সন্ততি।
তাহাৰ ঘৰত মই ভৈলো উতপতি ॥ ২২২৯০
কন্যা দেখি মহাদেৱ বিষাত মনত।
পুত্ৰ বুলি কহিলেক ৰাজাৰ আগত ॥
শুনি নৃপতিৰ বৰ আনন্দ মিলিল।
মোহোৰ নিমিত্তে অসংখ্যাত দান দিল ॥ ২২২৯১
ছল বাদ কৰি মোক দ্বাদশ বৎসৰ।
অভ্যন্তৰে ৰাখিছিল ভাৰ্য্যা দ্ৰুপদৰ ॥
দ্বাদশ বৎসৰ যেৱে মোৰ বহি গৈল।
মোক দেখিবাক নৃপতিৰ শ্ৰদ্ধা ভৈল ॥ ২২২৯২
নানা বস্ত্ৰে মোৰ মণ্ডিলেক শৰীৰক।
পুৰুষৰ চিহ্নে নিল ৰাজাৰ আগক ॥
চিনিবে নপাৰি মোক পুত্ৰ হেন মানি।
বিবাহ কৰাইলা সুষেণৰ বেটী আনি ॥ ২২২৯৩
সুষেণ ৰাজাৰ কন্যা জিজ্ঞাসিলা পাচে।
দেখিয়া বেটীক ল্যাগি বিহা কৰিয়াছে ॥
বাপৰ পাশক লাগি পত্ৰ পঠাই দিল।
সসৈন্যে সুষেণ ৰাজা নগৰ বেঢ়িল ॥ ২২২৯৪
ৰাজ্য কাঢ়ি লৈবে খোজে মাৰিবে বাপক।
এহি লাজে মৰিবাক যাওঁ উত্তৰক ॥
জীমূতে বোলয়ে কন্যা নমৰিবি তই।
আমাৰ পুৰুষ চিহ্ন দিব তোক মই ॥ ২২২৯৫
তোৰ নাৰীৰূপ মই কৰিবো স্বীকাৰ।
বৎসৰেক ভৈলে আসি দিবি পুনৰ্ব্বাৰ ॥
বৎসৰেক অন্তৰে মোহোৰ চিহ্ন দিবি।
অনন্তৰে তই আপোনাৰ চিহ্ন নিবি ॥ ২২২৯৬
এহি বুলি জীমূতে আপোন বিদ্যা দিলা।
কন্যাৰ স্ত্ৰীৰূপ যক্ষে আপুনি ধৰিলা ॥
যক্ষক প্ৰণামি কন্যা হৰষিত মনে।
চলি গৈলা ৰঙ্গমনে আপোন ভৱনে ॥ ২২২৯৭
সঞ্জয় বদতি শুনিয়োক নৰেশ্বৰ।
শুনিয়োক কথা আৰে আত অনন্তৰ ॥
দ্ৰুপদৰ নগৰত ভৈল উসমিস।
সুষেণৰ ডৰে প্ৰজা পলাই দশোদিশ ॥ ২২২৯৮
দ্ৰুপদৰ মনত মিলিল মহাত্ৰাস।
অধোমুখে ঘনে ঘনে তেজয় নিশ্বাস ॥
উগুল থুগুল সুখ শান্তি নাহি মনে।
মহাভয়ে অন্তেষপুৰত কন্যাগণে ॥ ২২২৯৯
অনন্তৰে পূৰ্ব্বে দেখা দিলন্ত ভাস্কৰ।
সবে আসি সমীপ চাপিয়া কুমাৰৰ ॥
পুৰুষৰ চিহ্ন সবে দেখি শৰীৰত।
মহাদৈৱ ভৈলা আসি আনন্দ মনত ॥ ২২৩০০
পাচে স্নান কৰাই ৰঙ্গে বস্ত্ৰক পিন্ধাই।
ৰাজাৰ পাশক লাগি দিলন্ত পঠাই ॥
নমস্কাৰ বাপক কৰিয়া ৰঙ্গ মনে।
সভাত বসিলা যাই কৌতূহল মনে ॥ ২২৩০১
পুত্ৰক দেখিয়া ৰাজা পৰম বিস্ময়।
কতোক্ষণে একদৃষ্টি আছিলেক চাই ॥
মুখে অল্প হাসি ডাড়ি গোঁফ গজি আছে।
মহাৰঙ্গে পুত্ৰত পুছিলা ৰাজা পাচে ॥ ২২৩০২

কন্যা বুলি তোৰ ভাৰ্য্যা লিখিলে ৰাজাক।
সি কাৰণে আসিছে নগৰ মাৰিবাক ॥
পুৰুষৰ চিহ্ন সবে দেখো শৰীৰত।
কেনে অন্য কথা ভৈল কহ স্বৰূপত ॥ ২২৩০৩
কুমাৰে বোলয় কথা শুনিয়োক বাপ।
পূৰ্ব্ব ধৰি মোক হেন দিয়া আছে শাপ ॥
সি কাৰণে জানা পিতৃ কন্যাৰূপ ধৰি।
আছিলো অন্তেষপুৰে চিহ্ন পৰিহৰি ॥ ২২৩০৪
দ্বাদশ বৎসৰ অন্তেষপুৰে বহি গৈল।
ভৈলোহো পুৰুষ মোৰ শাপ দূৰ ভৈল ॥
হেন কথা শুনিয়া দ্রুপদ নৰেশ্বৰ।
কোলে কৰি শিৰ ঘ্ৰাণ কৰিলা পুত্ৰৰ ॥ ২২৩০৫
দ্রুপদ ৰাজাৰ আনন্দৰ সীমা নাই।
পুত্র লৈয়া গৈলা ৰাজা সুষেণৰ ঠাই ॥
সুষেণ নৃপতি পাচে জোৱাইক দেখিলা।
একদৃষ্টি কৰি ৰাজা চাহিয়া আছিলা ॥ ২২৩০৬
বেশ্যাসকলৰ হাতে পৰীক্ষা কৰিলা।
স্ত্রীৰ লক্ষণ কিছু বিচাৰি নপাইলা ॥
জোৱাইক সুষেণে ৰঙ্গে চাহি ঘনে ঘনে।
আৰো এক কন্যা বিহা দিল ৰঙ্গমনে ॥ ২২৩০৭
সুষেণ নৃপতি দ্রুপদৰ হাতে ধৰি।
কন্যাক নিন্দিয়া বাক্য বুলিলা সাদৰি ॥
মোৰ বেটী অপৰাধ কৰিয়াছে যত।
পুত্ৰবধূ বুলি তাক নলবা মনত ॥ ২২৩০৮
প্ৰথম বোহাৰী তযু দুহিতা সমান।
মোৰ পদে বিহাই নলৈবা অপমান ॥
সলোতক মুখে ৰাজা এহি বাক্য বুলি।
পাচে দুই জনে কৰিলেক গলাগলি ॥ ২২৩০৯
সুষেণক আগবঢ়াই থৈলা ৰঙ্গমনে।
দ্রুপদ প্ৰবেশ ভৈলা আপোন ভৱনে ॥
সুষেণ নৃপতি গৈলা আপোন নগৰ।
কহিলো তোমাত ৰাজা চৰিত্ৰ অম্বাৰ ॥ ২২৩১০
যুধিষ্ঠিৰ ৰাজা পাচে পুছিলা ভীষ্মত।
কহিয়োক যক্ষৰ ভৈলেক কেনমত ॥
পুৰুষ ভৈলেক কন্যা যক্ষৰ কাৰণে।
পাচে নপুংসক আসি ভৈলা কি কাৰণে॥ ২২৩১১

### শিখণ্ডীৰ নপুংসকত্ব প্ৰাপ্তি

ভীষ্ম যে বোলন্ত শুনিয়োক নৰেশ্বৰ।
বৎসৰেক যেৱে বহি গৈলেক যক্ষৰ ॥
নগৈলেক কন্যা যক্ষে আছে বাট চাই।
লাজে অপমানে সিটো ঘৰক নযায় ॥ ২২৩১২
এক দিনা কুবেৰে আছন্ত সভা পাতি।
যক্ষসকলক ৰাজা বুলিলেক মাতি ॥
জীমূত কিসক নাহে মোহোৰ সভাক।
বৎসৰেক ভৈল মই নেদেখোহো তাঙ্ক॥ ২২৩১৩
এহি বুলি ধনপতি চৰিলা বিমানে।
তাহাৰ আশ্ৰম যাই পাইলা পুষ্পযানে ॥
মাতন্ত কুবেৰ জীমূতৰ নাম লই।
ৰাজাক দেখিয়া ঘৰে প্ৰবেশিলা গই ॥ ২২৩১৪
কুবেৰে বোলন্ত কেনে নোলাস ঘৰৰ।
দেখা দিয়া মোক কিছু নাহি তোৰ ডৰ ॥
লাজে অপমানে কুবেৰৰ বাক্য শুনি।
কতোক্ষণ মানে আছিলেক মনে গুণি ॥ ২২৩১৫
সকলে শৰীৰ বস্ত্রে দিয়া আৱৰিলা।
দণ্ডৱতে কুবেৰৰ আগত পৰিলা ॥
জীমূতক দেখিয়া হাসন্ত ধনেশ্বৰ।
এমত বিৰূপ কেনে ভৈল শৰীৰৰ ॥ ২২৩১৬
পুৰুষ আছিলি ভৈলি নাৰীৰ আকাৰ।
হেনয় অৱস্থা কেনে ভৈলি দুৰাচাৰ ॥
কুবেৰৰ বাক্য শুনি জীমূত উঠিলা।
কৰযোৰে অধোমুখে বচন বুলিলা ॥ ২২৩১৭
জীমূতে বোলয় শুনিয়োক ধনপতি।
কহো যি কাৰণে মোৰ ভৈল হেন গতি ॥
দ্রুপদ ৰাজাৰ ঘৰে কন্যা উপজিল।
পুত্ৰ বুলি নৃপতিৰ আগত কহিল ॥ ২২৩১৮
অজিজ্ঞাসি কন্যাক দ্রুপদ নৰেশ্বৰ।
বিহাইলন্ত কন্যাক যে জীউ সুষেণৰ ॥

সুষেণ ৰাজাৰ কন্যা জানিলেক পাচে।
দ্রুপদে বেটীক লাগি বিহা কৰি আছে ॥ ২২৩১৯
বাপৰ পাশক লাগি পত্র পঠাই দিলা।
সসৈন্যে সহিতে ৰাজ্য মাৰিবাক আইলা ॥
লাজ পাই কন্যা বোলে যাওঁ মই কৈক।
মৰিবাক লাগি যাওঁ উত্তৰ দিশক ॥ ২২৩২০
পৰম সুন্দৰী কন্যা অৰ্দ্ধেক ৰাত্রিত।
একেশ্বৰে যাই দেখি আছো বিপৰীত ॥
কন্যাক মাতিয়া মই পুছিলো কাৰণ।
কহিলেক পূৰ্ব্বকথা মোত বিবৰণ ॥ ২২৩২১
মহা স্নেহ ভৈলো ৰাজা দুহিতাক লাগি।
যদি মৰে তেৱে মই ভৈলো বধভাগী ॥
তিৰী গৰু ব্রাহ্মণৰ সঙ্কে প্রাণ এৰে।
যিবা জনে উচিত কাৰ্য্যত নিৰন্তৰে ॥ ২২৩২২
তাসম্বাৰ হকে বাসা সপত স্বৰ্গত।
হেন জানি কন্যাক ছাড়িবো কেনমত ॥
যদি মোত হস্তে কন্যা হোৱয় নৈৰাশ।
অৱশ্যেকে নৰকত হৈবে তেৱে বাস ॥ ২২৩২৩
হেন মনে গুণি আছিলোহো কতোক্ষণ।
কন্যাক চাহিয়া পাচে বুলিলো বচন ॥
শুন ৰাজকন্যা তই নমৰিবি প্রাণে।
এক বাক্য বোলো মই শুনা সাৱধানে ॥ ২২৩২৪
মোহোৰ পুৰুষ তেজ হেৰা দেওঁ তোক।
তোৰ তিৰীৰূপ কন্যা ছাড়ি দেহ মোক ॥
বৎসৰেক অন্তৰে মোহোক আনি দিবি।
আপোনাৰ ৰূপ কন্যা মোৰপৰা নিবি ॥ ২২৩২৫
এহি বুলি স্ত্রীৰূপ কৰিলো স্বীকাৰ।
কন্যাক দিলোহো নিজৰূপ আপোনাৰ ॥
মোহোৰ স্বৰূপ ৰূপ যত্নে কন্যা ধৰি।
গৃহক চলিয়া গৈলা মহাৰঙ্গ কৰি ॥ ২২৩২৬
বৎসৰেক ভৈলো মই আছো বাট চাই।
দেখো কন্যা মোৰ পাশে নাশিলা ঘুনাই ॥
আপোনাৰ আপুনি চিন্তিলো মহামাৰ।
কোন লাজে যাইবো মই গৃহক তোমাৰ ॥২২৩২৭
কুবেৰে বোলয় অৰে শুনৰে জীমূত।
আপুনি কৰিলি তই কৰ্ম্ম অযুগুত ॥
মনুষ্যত যক্ষ তই কৰিলি বিশ্বাস।
আপুনি কৰিলি আপোনাৰ সৰ্ব্বনাশ ॥ ২২৩২৮
স্ত্রী ৰূপ ধৰিয়া থাকিবি কতোকাল।
তোমাৰ গৰ্ভত হোৱে যতেক ছৱাল ॥
কিন্নৰ হৈবেক তোক কহিলো সম্প্রতি।
তিনিও লোকত হৈবে অবাধিত গতি ॥ ২২৩২৯
হৈবেক পৰম যুদ্ধ কুৰু পাণ্ডৱৰ।
অশ্বত্থামা শিখণ্ডীক নিব যমঘৰ ॥
তৈসানিসে তোৰ ৰূপ হৈবে পুৰুষৰ।
এহি বুলি কৈলাসক গৈলা ধনেশ্বৰ ॥ ২২৩৩০
জীমূতে দেখয়ে কন্যা ফিৰিয়া নাসিলা।
তিলকুশ ধৰি মহাকোপে শাপ দিলা ॥
হয়ো নপুংসক তই মোহোৰ শাপত।
যেন আন জনে নকৰয় হেন মত ॥ ২২৩৩১
পুৰুষ হইয়াছে কন্যা যক্ষৰ বৰত।
পাচে নপুংসক ভৈলা তাহান শাপত ॥
সেহিটো শিখণ্ডী ৰাজা জানিবা নিশ্চয়।
তাকে আগ কৰি মোক বধা ধনঞ্জয় ॥ ২২৩৩২
মোৰ বধহেতু অগনিত তেজি প্রাণ।
জন্মিয়াছে অম্বা আক কৈলো বিদ্যমান ॥
নপুংসক জনক নকৰো শৰজাক।
এতেকে অৰ্জ্জুন বধা আগ কৰি তাক ॥ ২২৩৩৩
শিখণ্ডীৰ শৰে মোৰ চাল নিবিন্ধয়।
অৰ্জ্জুনৰ বাণে মোৰ মজ্জাক ভেদয় ॥
এতেকে তোমাত মই কহিলো নিশ্চয়।
অৰ্জ্জুনৰ হাতে কালি যাইবো যমালয় ॥ ২২৩৩৪
অনন্তৰে পাঞ্চোভাই নমিয়া ভীষ্মক।
পৰম আনন্দে চলি গৈলা শিবিৰক ॥
শুতিলন্ত যাই ৰাজা দিব্য পৰ্য্যঙ্কত।
অম্বাৰ চৰিত্র এহিয়ানে সমাপত ॥ ২২৩৩৫
নমো নমো নাৰায়ণ জগত কাৰণ।
তোমাৰ চৰণে প্রভু পশিলো শৰণ ॥

তুমি দিলা যেন মতি সেহি অনুৰূপে।
ভাৰতৰ পদ কৈলো শুনোক স্বৰূপে ॥ ২২৩৩৬
গোপাল গোবিন্দ ৰাম হংসনাৰায়ণ।
এহি মাত্র মুখে সদা ৰহোক বচন ॥
এতেক প্রার্থনা কৰো নামাগোহো আন।
কৃপাৰ সাগৰ মোক দিয়া এহি দান ॥ ২২৩৩৭
বৃহৎ নগৰ তন্ত্রিকাৰণ যে স্থান।
মর্ত্ত্যদেৱে যত্নে তাকু কৰিছা নির্ম্মাণ ॥
নানা বিদ্যা পাটবস্ত্র দেৱাঙ্গ বসন।
যিটো নগৰত সদা হোৱে উতপন্ন ॥ ২২৩৩৮
তাহাৰ নিকটে বহে সুন্দৰ মনাস।
যাত স্নান তর্পণে দুখৰ হোৱে নাশ ॥
অমৃত সমান স্বাদ পৰম নির্ম্মল।
সাক্ষাতে দেখিয় যেন জাহ্নবীৰ জল ॥ ২২৩৩৯
সেহি নগৰত দ্বিজবৰ আছিলন্ত।
নামে কণ্ঠভূষণ যে পৰম মহন্ত ॥
তাহান কনিষ্ঠ পুত্র গুৰু গোপালৰ।
হৃদয়ত ধৰি দুই চৰণ সুন্দৰ ॥ ২২৩৪০
সমীপৰ লোকৰ আনন্দ মন দেখি।
অম্বাৰ চৰিত্র পদবন্ধে থৈলা লিখি ॥
শুনৈ অবিৰতে লোকে পৰম সাদৰে।
আৰো পদ কৰিবাক অভিনন্দা কৰে ॥ ২২৩৪১
অম্বাৰ চৰিত্র ভণে বিদ্যাপঞ্চাননে।
বোলোহো মিনতি কৰি শুনা সর্ব্বজনে ॥
শাশ্বত নাপাই যদি ইসব কথাক।
পদকো নিন্দিবা মন্দ বুলিবা আমাক ॥ ২২৩৪২
ভাৰতৰ পদ ইটো অমৃত সমান।
সি সি শুনে যিটো কৰিয়াছে বহুদান ॥
দুখীত কৃপণ যিটো লোকক বঞ্চক।
নপাৰে শুনিতে ইটো মহা ৰহস্যক ॥ ২২৩৪৩
পৰম বিষয়ী লোক জড় আতিশয়।
স্বাদকো নপায় কৃষ্ণকথা মুশুনয় ॥
সিসবো শুনোক দেখি পৰম সুন্দৰ।
এহি প্রয়োজনে পদ কৰে কবি নৰ ॥ ২২৩৪৪
* চন্দ্র বাণ ঘোটকৰ পিঠিত গগন।
কৃষ্ণপক্ষ চতুর্দ্দশী মাস যে শ্রাৱণ ॥
অশ্বিনী নক্ষত্রে সমাপতি ভৈল পদ।
বোলা ৰাম ৰাম সবে খণ্ডোক আপদ ॥ ২২৩৪৫

---

### দশম দিনৰ যুদ্ধ

#### পদ

সঞ্জয় বদতি শুনিয়োক কুৰুৰাজ।
আত অনন্তৰে পাচে যেন ভৈল কাজ ॥
যেৱে যুধিষ্ঠিৰ নিজ মন্দিৰে শুতিলা।
আনো বীৰগণ স্বকী স্বকী থানে গৈলা ॥ ২২৩৪৬
কতো ৰাত্রি যান্তে নাৰায়ণ নিৰঞ্জন।
অর্জ্জুনৰ মন্দিৰত ভৈলা দৰিশন ॥
দেখিয়া অর্জ্জুনে উঠি দুই হাত মেলি।
শয্যাহন্তে মাধৱক ধৰি আকোৱালি ॥ ২২৩৪৭
উত্তম আসনে বৈসাইলন্ত মহাবীৰে।
অনন্তৰে মাধৱে মাতিলা ধীৰে ধীৰে ॥
শুনা সখি কহো মই প্রস্তাৱৰ বেলা।
কালিৰ দিৱসে তুমি নকৰিবা হেলা ॥ ২২৩৪৮
ধনঞ্জয় বদতি শুনিয়ো নাৰায়ণ।
আজি ৰাত্রি কেতিক্ষণে হৈবেক প্রসন্ন ॥
ৰজনী প্রভাতে কালি আমি সনে যাইবো।
শিখণ্ডীক আগ কৰি ভীষ্মক বধিবো ॥ ২২৩৪৯
সঞ্জয় বদতি ৰাজা শুনা পাচে কথা।
তযু পুত্র দুর্য্যোধনে যি কৰিলে তথা ॥
ভ্রাতৃগণ সমে পাচে ৰাজা দুর্য্যোধন।
কতো ৰাত্রি চলি গৈলা ভীষ্মৰ ভৱন ॥ ২২৩৫০
নমস্কাৰ কৰিয়া বদতি কুৰুৰায়।
শুনিয়ো বচন মোৰ ভীষ্ম আজুয়াই ॥
তুমি সম বীৰ আৰ নাহি সুৰাসুৰে।
পৰশুৰামক জিনি আছা একেশ্বৰে ॥ ২২৩৫১

---

* চন্দ্র—১; বাণ ৫; ঘোটক—৭; গগন—০
এতেকে ১৫৭০ শক।

পাণ্ডৱক স্নেহ কৰা পূৰ্ব্বকথা ধৰি।
মহন্তে কপট কৰে কি কৰিতে পাৰি ॥
যেবে পিতামহ স্নেহ নকৰিলা হন্তে।
এতদিন আছে তেবে পাণ্ডৱ জীৱন্তে ॥ ২২৩৫২
ভীষ্ম মাতিলন্ত শুনা দুৰ্য্যোধন ৰায়।
তোৰ সম মন্দবুদ্ধি ত্ৰিভুৱনে নাই ॥
দেৱতাৰ বীৰ্য্যে জাত পাণ্ডুৰ নন্দন।
তাসম্বাক যুজন্তা আছয় কোন জন ॥ ২২৩৫৩
বিশেষত গোবিন্দ সহায় ভৈলা যাৰ।
তিনিও লোকত পৰাজয় নাহি তাৰ ॥
তথাপিতো তোহোৰ বচনে নৃপবৰ।
প্ৰাণ পৰিশ্ৰমে মই কৰিবো সমৰ ॥ ২২৩৫৪
সত্য কৰি তোৰ আগে অঙ্গীকাৰ কৰো।
পাণ্ডৱক মাৰো নুহি তান হাতে মৰো ॥
দুৰ্য্যোধনে শুনিলেক ভীষ্মৰ বচন।
ৰঙ্গমনে চলি গৈলা আপোন ভৱন ॥ ২২৩৫৫
ঘোৰতৰ সমৰত শ্ৰান্ত হুয়া বৰ।
বীৰগণে স্বকী স্বকী থানে নিৰন্তৰ ॥
শয়ন কৰিলে সবে আনন্দিত মনে।
যথাকাল অৱসানে ৰজনী প্ৰসন্নে ॥ ২২৩৫৬
নিৰ্ম্মল ভৈলেক দশোদিশ সুপ্ৰসন্নে।
দুন্দুভি বজাইলা যুধিষ্ঠিৰৰ ভৱনে ॥
সুললিত কৰি গীত বৰ্ণাইলা ৰাজাক।
চাটুকাৰসকলে বুলিলা চাটুবাক ॥ ২২৩৫৭
মনোনীত কৰি ভাটে ভটিমা পঢ়িলা।
হেনমতে যুধিষ্ঠিৰে নিদ্ৰাৰ জাগিলা ॥
নিত্যকাৰ্য্য অৱসানে শুভক্ষণ চাই।
যাত্ৰা কৰি সিংহাসনে বসিলেক যাই ॥ ২২৩৫৮
অনন্তৰে যুধিষ্ঠিৰে দ্ৰুপদ পুত্ৰক।
শিখণ্ডীক মতাই আনিলেক সমীপক ॥
সমীপে আসিলে যদি দ্ৰুপদনন্দন।
হেন দেখি যুধিষ্ঠিৰে বুলিলা বচন ॥ ২২৩৫৯
শুনিয়ো শিখণ্ডী তুমি আমাৰ বচনে।
ভীষ্মৰ সমান বীৰ নাহি ত্ৰিভুৱনে ॥
কালি ৰাত্ৰি পিতামহে বুলিলা বচন।
শিখণ্ডীৰ হাতে মোৰ আছয় মৰণ ॥ ২২৩৬০
মই জানো তুমি সম বীৰ নাহি আৰ।
ভীষ্মক বধিয়ো তুমি নিমিত্ত আমাৰ ॥
ধনঞ্জয় আদি কৰি যত বীৰগণ।
সবে হন্তে তোমাক যে কৰিব ৰক্ষণ ॥ ২২৩৬১
দ্ৰোণ আদি কৰি কৌৰৱৰ বীৰগণ।
তাত হন্তে ধনঞ্জয় কৰিব ৰক্ষণ ॥
হেন শুনি শিখণ্ডী যে দ্ৰুপদকুমাৰ।
ৰঙ্গমনে ৰাজাক বুলিলা বাৰম্বাৰ ॥ ২২৩৬২
আমাক ৰাখিয়া যদি যান্ত ধনঞ্জয়।
ভীষ্মক বধিবো মই বুলিলো নিশ্চয় ॥
সেহিবেলা তহিক আসিলা ৰাজাগণ।
বৃকোদৰ সাত্যকী অৰ্জ্জুন নাৰায়ণ ॥ ২২৩৬৩
যুধিষ্ঠিৰ ৰাজাৰ আগত উপসন্ন।
হেন দেখি যুধিষ্ঠিৰে দিয়াইলা আসন ॥
যুধিষ্ঠিৰে বোলন্ত শুনিয়ো ধনঞ্জয়।
শিখণ্ডীক আগ কৰি আনো বীৰচয় ॥ ২২৩৬৪
ভীষ্মক সমৰে বধিবাক মন কৰি।
এতিক্ষণে চলিয়োক হেলা পৰিহৰি ॥
শুনি বাদ্য ভণ্ড বাৰে পৰম উৎসৱে।
সমৰক চলা বুলি আদেশে পাণ্ডৱে ॥ ২২৩৬৫
অৰ্জ্জুনৰ ইঙ্গিতক জানি দামোদৰ।
ৰথখান সাজিলেক দেখন্তে সুন্দৰ ॥
বানৰধ্বজক আনি উপৰে তুলিলা।
ৰথখান সাজি অৰ্জ্জুনৰ আগে দিলা ॥ ২২৩৬৬
হেন দেখি ধনঞ্জয় কৌতুহল মনে।
যুদ্ধ কাছে কাছিলা কৱচ পৰিধানে ॥
অক্ষয় দুইগোটা তূণ পিঠিত কৰিলা।
বামহাতে আনি ধনু গাণ্ডীৱ ধৰিলা ॥ ২২৩৬৭
দেৱতাৰ অস্ত্ৰ ধৰি নিশঙ্ক শৰীৰ।
ৰথত চৰিলা ধনঞ্জয় মহাবীৰ ॥
এত হন্তে শিখণ্ডী আপোন ৰথে চৰি।
অৰ্জ্জুনৰ লগ লৈলা কাৰে ধনু ধৰি ॥ ২২৩৬৮

যুধিষ্ঠিৰ লৰিলা কাচিয়া বীৰ কাচে।
ৰাজাগণে বেঢ়িয়া চৌপাশে আগে পাচে ॥
বীৰগণ সিংহনাদ নানা বাদ্য শুনি।
প্ৰজাৰ গিৰত লৰি কম্পয় ধৰণী ॥ ২২৩৬৯
নানাবিধ ধ্বজে প্ৰকাশয় বীৰগণ।
প্ৰফুল্লিত ভৈল যেন পদ্মবনখান ॥
আত অনন্তৰে পাচে দুৰ্য্যোধম ৰাজা।
যুদ্ধক প্ৰবন্ধে জৰাইলেক নিজ প্ৰজা ॥ ২২৩৭০
সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ।
যুদ্ধক চলিলা যেৱে গঙ্গাৰ কুমাৰ ॥
তেতিক্ষণে উৎপাত মিলিল ঘনে ঘনে।
সাক্ষাতে দেখিয়া আছে কুৰু বীৰগণে ॥ ২২৩৭১
চুলি মেলি বিকৃত যোগিনী আঁছে চাই।
আকাশ ঢাকিয়া কাক শগুন উৰায় ॥
অনামেঘে বৰিষে ৰুধিৰ অসংখ্যাত।
সৈন্যৰ মাজত আসি পৰিলা নিৰ্ঘাত ॥ ২২৩৭২
নকান্দন্তে সবাৰে নয়নে নীৰ ৰহে।
অকাৰণে মনোদুখে শোকে দেহা দহে ॥
তূণ হস্তে শৰ ডাব হস্তে খড়্গ পৰে।
কাকে থাপ মাৰি যায় মাথাৰ উপৰে ॥ ২২৩৭৩
আনো নানা বিমঙ্গল দেখি নানা ভাৱে।
চমকিল কুৰু সৈন্য আগক নধাৱে ॥
অন্যো অন্যে বোলে সবে যাৰ যেন গতি।
নজানো বিধাতা আজি কৰে কোন গতি ॥ '৭৪
নজানিয়া কৌৰৱী পাণ্ডৱী বীৰগণ।
আজিৰ সমৰে কোন ঘৰ হোৱে ছন্ন ॥
দুৰ্য্যোধন বদতি পাণ্ডৱ হৈৱে ক্ষয়।
দেখা গুৰু দ্ৰোণ উতপাত কেন হয় ॥ ২২৩৭৫
গুৰু দ্ৰোণ বদতি শুনিয়ো নৃপবৰ।
চৰমুখে বাৰ্ত্তা পাই আছো পাণ্ডৱৰ ॥
ভীষ্মক বধিতে প্ৰতি মহা কোপমনে।
অঙ্গীকাৰ আপুনি কৰিছা নাৰায়ণে ॥ ২২৩৭৬
ভাষ্মক বধিবে যেৱে পাণ্ডৱে নপাৰি।
সমৰত আপুনি বধিব দেৱহৰি ॥
তাত অনন্তৰে ধনঞ্জয় ভীমসেনে।
অঙ্গীকাৰ আপুনি কৰিছা নাৰায়ণে ॥ ২২৩৭৭
শিখণ্ডীক আগ কৰি ঘোৰ সমৰত।
সসৈন্যে ভীষ্মক আজি বধিবা ৰণত ॥
চৰৰ মুখৰ এহি বাৰ্ত্তা আছো পাই।
আজি ৰণে অৱশ্যে ভীষ্মৰ ৰক্ষা নাই ॥ ২২৩৭৮
আক জানি দুৰ্য্যোধন মোৰ বোল ধৰা।
সমদল কটকে ভীষ্মক ৰক্ষা কৰা ॥
আজি যদি ৰক্ষা পায় গঙ্গাৰ নন্দন।
তেৱেসে ৰাজ্যত আশা তোৰ দুৰ্য্যোধন ॥ '৭৯
আক জানি দুৰ্য্যোধন ৰথীগণ সাজি।
সমদল কটকে ভীষ্মক ৰাখা আজি ॥
দুৰ্য্যোধনে শুনিলেক দ্ৰোণৰ বচন।
পাণ্ডৱক প্ৰতি কোপে অগনি যেহেন ॥ ২২৩৮০
ৰাজাগণ সকলে থাকিবা ৰাজু লই।
কিমতে পাণ্ডৱে দেখো ভীষ্মক বধয় ॥
পিতামহ বীৰগণ থোৱা থানে থানে।
ব্যূহৰ পাচত তুমি থাকা সাৱধানে ॥ ২২৩৮১
আৱৰিয়া থাকন্তোক মহাৰথী লোক।
ব্যূহমধ্যে থাকি গুৰু দ্ৰোণে যুজন্তোক ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
পাচে ব্যূহ পাতিলেক গঙ্গাৰ কুমাৰ ॥ ২২৩৮২
ঘোৰ ৰণে হোৱে শত্ৰুগণ নিবাৰণ।
প্ৰথমতে পাতিলা পিশাচ ব্যূহখান ॥
দীঘলে ভৈলেক ছয় প্ৰহৰ প্ৰমাণ।
মহাৰথীগণে নিবন্ধিলা থানে থান ॥ ২২৩৮৩
ৰাজাৰ সম্মত ভীষ্ম ধীৰে আদেশন্ত।
ৰহিলেক দুঃশাসন ব্যূহৰ মূৰ্দ্ধত ॥
পাণ্ডৱক কোপে আতি ধনুশৰ ধৰি।
অসংখ্যাত বীৰগণে থাকিলা আৱৰি ॥ ২২৩৮৪
মধ্যত পশিলা বীৰ সমৰে প্ৰধান।
শৰ ধনু ধৰি যেন বাসৱ সমান ॥
ব্যূহৰ পাচত ভৈলা ভীষ্ম সেনাপতি।
সাৱধানে ৰাখে তাক অসংখ্য নৃপতি ॥ ২২৩৮৫

বিংশতি নৃপতি সমে ৰাজা দুৰ্য্যোধন।
সাৱধানে থাকিলেক যুজিবাক মন ॥
সঞ্জয় বদতি ধৃতৰাষ্ট্ৰৰ আগত।
তব পুত্ৰে দুঃশাসন ব্যূহৰ মুখত ॥ ২২৩৮৬
পাণ্ডৱক প্ৰতি কোপে অগনি সমান।
বীৰগণ মাজে বোলে পৌৰুষ বচন ॥
দুঃশাসন বদতি শুনিয়ো বীৰচয়।
আজি মোৰ আগে কোন বস্তু ধনঞ্জয় ॥ ২২৩৮৭
ভীমকো নগণে দেখা মোৰ শৰগণে।
যুধিষ্ঠিৰ নকুলক লেখে কোনজনে ॥
এহি বুলি ভীষ্মক ৰাখিতে কৰি মন।
ব্যূহৰ মুখত ৰহিলেক দুঃশাসন ॥ ২২৩৮৮
তবল মহৰী ভেৰী শবদ তুমুলে।
অসংখ্যাত বীৰগণ কৰে কোলাহলে ॥
কেহো বোলে অৰ্জ্জুনক বধিবো সমৰে।
কিমতে ৰাখন্ত আক দেৱ দামোদৰে ॥ ২২৩৮৯
কেহো বোলে ভীমক বধিবো এহি থান।
বন্ধুগণ বধিবাৰ সুজিবোহো মান ॥
এহি বুলি কাছি কৌৰৱৰ বীৰগণে।
ব্যূহ পাতি থাকিলেক যুজিবাক মনে ॥ ২২৩৯০
নানাবিধ অস্ত্ৰ ধৰি সমদলে চাপি।
বাৰিষাৰ মেঘে যেন গগন বিয়াপি ॥
সমৰক মনে কুৰুবীৰৰ উৎসৱ।
সেহিবেলা সমৰত প্ৰবেশে পাণ্ডৱ ॥ ২২৩৯১
শিখণ্ডীক আগ কৰি বীৰ ধনঞ্জয়।
যুধিষ্ঠিৰ বীৰ সবে বিৰাটৰ ভাই ॥
ধৃষ্টদ্যুম্ন শিখণ্ডী বিৰাট বৃকোদৰ।
সহদেৱ নকুল দ্ৰুপদ নৃপবৰ ॥ ২২৩৯২
এহি মহা দশৰথী বেঢ়ি দিলে ৰণ।
দেখি যুদ্ধ দিলেক কৌৰৱী বীৰগণ ॥
উভয় সৈন্যৰ যুদ্ধ মিলিল আন্দোল।
কাটাকাটি হানাহানি বোলে তোল তোল ॥ '৯৩
মাধৱ সাৰথি ধনঞ্জয় বীৰবৰ।
শৰে হানি আকাশ ঢাকিলা নিৰন্তৰ ॥

শৰ বৰিষন্ত যেন ৰবি-ৰশ্মি-জালে।
দেখি দুঃশাসন আগ ভৈলা তত কালে ॥ ২২৩৯৪
দেখি ধনঞ্জয় প্ৰহাৰিলা পঞ্চবাণ।
হৃদয়ত পৰি দুঃশাসন মূৰ্চ্ছামান ॥
পাচে ধনঞ্জয় আৰো শৰপাট লৈলা।
শ্ৰুতি পাই দুঃশাসন ভয়ে পলাই গৈলা ॥ '৯৫
সেহিবেলা ভেন্টিলা অসংখ্য ৰাজাগণ।
দেখি অৰ্জ্জুনৰ কোপে নসহয় মন ॥
ধনঞ্জয় হানিলা অসংখ্য শৰজাল।
কুৰুসৈন্য মাজে উপসন্ন যমকাল ॥ ২২৩৯৬
অৰ্জ্জুনৰ শৰ যেন ত্ৰিশূল হৰৰ।
ছুইলে প্ৰাণ হৰে অল্প শত মনুষ্যৰ ॥
দশোদিশে পলাইলেক কৌৰৱসকলে।
ব্যূহ ভেদি পাণ্ডৱ পশিলা সমদলে ॥ ২২৩৯৭
ভীষ্মক বধিতে যান্ত পাণ্ডৱ সসৈন্যে।
যৱনৰ ৰাজা দেখি আছে তেতিক্ষণে ॥
কালযৱনৰ পুত্ৰ বিকাল নাম যাৰ।
তাৰ লগে ম্লেচ্ছ আছে বত্ৰিশ হাজাৰ ॥ '৯৮
কতো কতো ম্লেচ্ছ কৰে মনুষ্য ভোজন।
আতি অন্ত্য জাতি কাৰো সুবুজিবা মন ॥
কাৰো মুণ্ড লঠা কাৰো মুখে দীৰ্ঘ ডাড়ি।
লোহাৰ খাৰুৱা দুই হাতে আছে আৰি ॥ '৯৯
মুখত উলুকা সবে বাহু থানে থানে।
দূৰত থাকন্তে নাক ফুটি যায় ঘ্ৰাণে ॥
ভীষ্মক ৰাখিতে প্ৰতি কালৰ তনয়।
পন্থ ভেণ্টি অৰ্জ্জুনক শৰ বৰিষয় ॥ ২২৪০০
ভীম সাত্যকীক শিখণ্ডীক ভেদি শৰে।
দাৰুণ ম্লেচ্ছগণে বেঢ়ি উপহাস্য কৰে ॥
পাণ্ডৱক প্ৰতি তাৰ কিছু নাহি ডৰ।
আপোন দেশৰ ভাৱে বোলে অনুত্তৰ ॥ ২২৪০১
অৰ্জ্জুনৰ ৰথআগে কৃষ্ণক দেখিলা।
পিতৃবৈৰী বুলি তাক শৰজাক দিলা ॥
অৰ্জ্জুনক লাগি প্ৰহাৰিলা মুদগৰ।
ভীমক হানিলা তীক্ষ্ণ একশত শৰ ॥ ২২৪০২

কিটাইলা অৰ্জ্জুন বিকালৰ শৰ পাই।
নিজ অস্ত্র প্রহাৰিলা দুনাই দুনাই ॥
অৰ্জ্জুনৰ শৰ যেন বজ্র বাসৱৰ।
যৱনত সৈন্যে পশি চিন্তে বুন্দামাৰ ॥ ২২৪০৩
বাহু কাৰো কটা গৈল কাৰো বক্ষস্থল।
কাৰো শৰাৰত পৰি গোটে যাই তল ॥
বিকালেয়ো কাটিলেক একশত শৰে।
দাৰুণ যৱন তাক কটাক্ষো নকৰে ॥ ২২৪০৪
অৰ্জ্জুনৰ শৰে সবান্ধৱে যায় মৰি।
তথাপিতো এগোটা নকৰে পাচভৰি ॥
সবে যৱনৰ মাজে বিকাল প্রধান।
মাধৱৰ হিয়াত তাড়িলা কুৰি বাণ ॥ ২২৪০৫
পিতৃবৈৰী মাৰি ঋণ সুজিবো বাপৰ।
এহি বুলি প্রহাৰিলা দশপাট শৰ ॥
হেন দেখি ধনঞ্জয় কোপে কম্পমান।
ধনুত যুৰিলা আনি বাসৱৰ বাণ ॥ ২২৪০৬
বিকালৰ শিৰক মাৰিলা লক্ষ্য কৰি।
যৱনৰ সেনাগণ থাকিলেক ডৰি ॥
অৰ্জ্জুনৰ শৰে পাই কাটিলেক শিৰ।
উফৰি পৰিলা তাৰ কবন্ধ শৰীৰ ॥ ২২৪০৭
বিকাল গৈলেক যেৱে যমপুৰ লাগি।
দেখি ম্লেচ্ছগণ সবে পলাইলেক ভাগি ॥
অৰ্জ্জুনক প্রশংসিলা যত বীৰচয়।
মাধৱে বোলন্ত সাধু সাধু ধনঞ্জয় ॥ ২২৪০৮
তযু সম বীৰ নতু দেখি অদভুত।
সমৰে মাৰিলা কালযৱনৰ সুত ॥
অৰ্জ্জুনে বোলন্ত অদভুত নুই আতি।
যিজনে তোমাৰ পাৱে কৰয় ভকতি ॥ ২২৪০৯
সিজনে ব্রহ্মাণ্ড জিনে ইটো কোন কায।
বিকালক কাটিলেক হন্তে লাগে লাজ ॥
একে ঐত আছে প্রভু কৌৰৱ সম্প্রতি ;
ব্যূহৰ পাচত আছে ভীষ্ম সেনাপতি ॥ ২২৪১০
তাকে লাগি প্রভু শীঘ্রে ডাকা তযু ৰথ।
সমৰে ভীষ্মক মাৰি পেশো যমপথ ॥
অৰ্জ্জুনৰ বচনে কৌতুক বনমালী।
বিদ্যুত সঞ্চাৰে ৰথখান দিলা মেলি ॥ ২২৪১১
অৰ্জ্জুনৰ লগে সবে বীৰগণ যায়।
দেখি কৌৰৱৰ সেনা বিভঙ্গে পলায় ॥
এহিমতে ব্যূহ ভেদি পাণ্ডৱ চলন্তে।
দুঃশাসনে দেখিলেক কতো দূৰ হন্তে ॥ ২২৪১২
পাণ্ডৱক প্রতি প্রহাৰিলা শৰগণ।
দেখি বৃকোদৰ আগবাঢ়ি দিলে ৰণ ॥
সৰ্পমুখ কুৰি শৰে ভেদিলা শৰীৰ।
ফুৰি ফুৰি মূৰ্চ্ছা গৈল দুঃশাসন বীৰ ॥ ২২৪১৩
কুৰুসৈন্য মাজে বীৰগণে আছে চাই।
খেদি গৈলা বৃকোদৰ অন্তক পৰায় ॥
একহাতে দাৰুণ খড়্গাক লৈলা তুলি।
আৰো হাতে ধৰিলন্ত দুঃশাসন চুলি ॥ ২২৪১৪
কাটিবে খোজন্তে অশ্বত্থামা লাগ পাইলা।
একে শৰে খড়্গাখান কাটিয়া পেলাইলা ॥
হৃদয়ন্ত ভেদিলন্ত ভল্ল শৰ দুই।
পৰিলন্ত ভীমসেন বিমূৰ্চ্ছিত হুই ॥ ২২৪১৫
দুৰ্ম্মুখে দেখিলা দুঃশাসনৰ বিলাই।
ভায়েকৰ শোকে তাৰ প্রাণ ফুটি যায় ॥
মূৰ্চ্ছা যাই পৰি আছে বীৰ বৃকোদৰ।
মুষল ধৰিয়া যাই চাপিলা ওচৰ ॥ ২২৪১৬
মূৰ্চ্ছাগত বৃকোদৰ পাপী দুৰাচাৰ।
হৃদয়ত কৰিলেক মুষল প্রহাৰ ॥
মৰা যেন বৃকোদৰ থাকিলন্ত পৰি।
ভায়েকক কোলে লই পলাইলা লৰৰি ॥ '১৭
সাত্যকী দেখন্ত ইটো পৰম অন্যায়।
অৰ্জ্জুনক বোলে তুমি কিবা আছা চাই ॥
ধৃষ্টদ্যুম্নে খেদি গৈলা মহা মনৰঙ্গে।
অঙ্কুশৰ ঘাৱে যেন প্রমত্ত মাতঙ্গে ॥ ২২৪১৮
চলয় পাণ্ডৱী দল মহা মনৰঙ্গে।
বীৰগণ চলি গৈলা অৰ্জ্জুনৰ সঙ্গে ॥
শঙ্খ শিঙ্গা বাৰত মেদিনী মেলে ফাট।
প্রহৰে এৰাইলা দুই প্রহৰৰ বাট ॥ ২২৪১৯

চলয় পাণ্ডৱী বীৰ মহাৰঙ্গ মনে।
কতোদূৰে দেখিলন্ত সংশপ্তকগণে ॥
ভীষ্মক ৰাখিতে প্ৰতি মহাযত্ন কৰি।
ব্যূহ মধ্যে আছে পাণ্ডৱক অনুসৰি ॥ ২২৪২০
সবে মহা বলৱন্ত কৃষ্ণৰ সমান।
আজানুলম্বিত বনমালা পৰিধান ॥
গো-ধেনু চাৰন্তে বৃন্দাবন থানে থান।
নানাবিধ যুদ্ধ জানে কৃষ্ণৰ সমান ॥ ২২৪২১
একে লগে চলি যাই পৃথিৱীৰ নৃপ।
একে একে জিনিবাক পাৰে জম্বুদ্বীপ ॥
সবাহানে কৃতবৰ্ম্মা মুখ্য সেনাপতি।
মহাকোপে খেদি গৈলা পাণ্ডৱক প্ৰতি ॥ '২২
কৈৰা ধনঞ্জয় বুলি চাপি একে যূথে।
মাধৱক দেখিলেক অৰ্জ্জুনৰ ৰথে ॥
যুদ্ধক দেখিয়া আতি কৌতূহল মন।
সংশপ্তকগণে ৰঙ্গে বুলিলা বচন ॥ ২২৪২৩
গৰু চাৰি বৃন্দাবনে খাইলা দধি ভাত।
সি কি কথা পৰে প্ৰভু তোমাৰ মনত ॥
তুমি আমি যত ক্ৰীড়া সুহৃদতা ভাৱ।
সুমৰিতে তোমাৰ পোৰয় সৰ্ব্বগাৱ ॥ ২২৪২৪
তুমি কেনে নিদাৰুণ সুসুমৰা ভালে।
একে মাৰ বাপ যেন সব গোপগণে ॥
ভাণ্ডীৰ বটক প্ৰভু সুমৰাহা ভালে।
ক্ৰীড়াত হাৰিলা কান্ধে বগাইলা গুৱালে ॥ '২৫
সি কি কথা পৰে প্ৰভু তোমাৰ মনত।
কণ্টকে বিন্ধিলে প্ৰভু তোমাৰ পাৱত ॥
তাৰ বিষে জ্বৰ ভৈলা ঘনে ঘনে হামি।
কণ্টকক কাঢ়িবাক নপাৰিলো আমি ॥ ২২৪২৬
তুমি ধৰি দশনে কাঢ়িলা প্ৰভু পাচে।
সি কি কথা মাধৱ তোমাৰ মনে আছে ॥
ছোট দেখি তোমাক সকলে গোপজনে।
বাণ্টা কৰি তোমাৰ চাৰিলো ধেনুগণে ॥ ২২৪২৭
দোলা কৰি তোমাক যে ফুৰাইলো বনত।
সিটো কথা পৰে প্ৰভু তোমাৰ মনত ॥
মুঞ্জবনে পশিলোহো একদিনা হন্তে।
অগনি লাগিল তাতো ধেনুক চাৰন্তে ॥ ২২৪২৮
গোপ গৰু পুৰি মৰো দেখি তুমি তাক।
ভাণ্ডীৰ বটক তুমি আনিলা আমাক ॥
তুমি আমি মিত্ৰভাৱ যত নিৰন্তৰ।
তিলেক নছাড়া তুমি দেৱ দামোদৰ ॥ ২২৪২৯
একদিনা গধূলিকা বৃন্দাবন হন্তে।
ব্ৰহ্মা নামিলেক আমি চাহিয়া থাকন্তে ॥
হেন তুমি নাৰায়ণ ত্ৰৈলোক্য ঈশ্বৰ।
পাপিষ্ঠ পাণ্ডৱে তাক কৰে অনাদৰ ॥ ২২৪৩০
যাক দেখি ভৱবন্ধ গুচয় দুৰ্গতি।
ধনঞ্জয় পাতিলেক ৰথৰ সাৰথি ॥
এতেকে মাধৱ তুমি নকৰিবা শোক।
পাপী অৰ্জ্জুনক মাৰি নিবো যমলোক ॥ ২২৪৩১
যাক মহাযোগীগণে নপাই ধিয়াই।
দূত কৰি পাঞ্চে কতো কৌৰৱৰ ঠাই ॥
ধৰ্ম্মিষ্ঠ বোলায়ে যুধিষ্ঠিৰ মন্দগতি।
খড়্গ ধৰি উজাগৰে থৰে তাঙ্ক ৰাতি ॥ ২২৪৩২
সমাজত তোমাক পৰাৱে সিংহাসন।
পাপী যুধিষ্ঠিৰ ৰাজা পৰম অজ্ঞান ॥
এহি বুলি মহাকোপে সংশপ্তকগণ।
শৰবৃষ্টি কৰে বাৰিষাৰ মেঘ যেন ॥ ২২৪৩৩
দিৱসতে ৰাত্ৰি ভৈলা ঢাকিলেক শৰে।
কুহুৰি ঢাকিল যেন পৌষ যে মাসৰে ॥
পাণ্ডৱেও শৰ প্ৰহাৰিলা অসংখ্যাত।
আকাশত শৱদ শুনিয়া ঠাত ঠাত ॥ ২২৪৩৪
যুধিষ্ঠিৰ নকুল সহদেৱ বৃকোদৰে।
ধৃষ্টদ্যুম্ন সাত্যকী বিৰাট নৃপৱৰে ॥
এসম্বেয়ো সাজি গাৱে গাৱে ৰণ দিল।
তৃণ সম কৰি সংশপ্তেয়ো নগণিল ॥ ২২৪৩৫
পাচ হুই ৰহিল সমস্তে বীৰবৰ।
পাচে ধনঞ্জয় সমে লাগিল সমৰ ॥
পাচে ধনঞ্জয় প্ৰহাৰন্ত ক্ষুৰ শৰ।
কিৰীটি সহিতে মাথা কাটে নিৰন্তৰ ॥ ২২৪৩৬

ইগোটা মৰিলে আউৰ গোটা আগুৱাই।
তথাপিতো কেহো ব্যূহভঙ্গে নপলায় ॥
মৃতক জনক শোক নকৰে কিঞ্চিত।
ধাই আসে অৰ্জ্জুনক কোপে বিপৰীত ॥ ২২৪৩৭
এক মুখে খেদি গৈলা পৃথিৱী কম্পাই।
দেখি অৰ্জ্জুনক খানিতেক শঙ্কা নাই ॥
কৃষ্ণক প্ৰণামি ডাঠি ধৰি ধনুৰ্ব্বাণ।
সংশপ্তগণক প্ৰহাৰিলা নিদ্ৰাবাণ ॥ ২২৪৩৮
নিদ্ৰায়ে পীড়িলা আতি ভৈলা অচেতন।
যিবা যৈত আছিলা পৰিলা সেহি থান ॥
হেন দেখি ৰঙ্গমনে পাণ্ডৱসকলে।
ভীষ্মক বধিবে সবে চলে সমদলে ॥ ২২৪৩৯
দেখি গুৰু দ্ৰোণ যাই বেড়ি চপকৰে।
নিবাৰিলা পাণ্ডৱক আপোনাৰ শৰে ॥
গুৰুক দেখিয়া পাচে অৰ্জ্জুন বদতি।
ইটো অদভুত যুদ্ধ দেখিয়ো সম্প্ৰতি ॥ ২২৪৪০
দেৱ তযু সম নুই বিপুল শকতি।
আমি ক্ষুদ্ৰ পাণ্ডৱ স্বভাৱে অল্পমতি ॥
বিশেষত শিষ্য আমি পুত্ৰ এৰে সৰি।
পিতৃ হুয়া পুত্ৰক বধিবা কেন কৰি ॥ ২২৪৪১
গুৰু দ্ৰোণ বদতি সংশয় গুৰুতৰ।
পিতা পুত্ৰ সম্বন্ধত নাহি ক্ষত্ৰিয়ৰ ॥
বিপ্ৰ হুয়া ক্ষত্ৰিয়ৰ ধৰ্ম্ম আছো ধৰি।
আমাক নুযুজি তুমি যাইবা কেন কৰি ॥ ২২৪৪২
শুনিয়াছো তোৰ অঙ্গীকাৰ যত যত।
ভীষ্মক বধিবে প্ৰতি যাইবা সমৰত ॥
তাঙ্ক প্ৰতি আশা তই নকৰিবি মনে।
সাৱধানে আছে ভীষ্ম যুজিবাক মনে ॥ ২২৪৪৩
এহি বুলি প্ৰহাৰিলা একশত বাণ।
কৃষ্ণ অৰ্জ্জুনৰ হৃদয়ত বৰ টান ॥
ছাচুতি ঘামিল দেখিলেক তমোময়।
পাচে নিজ অস্ত্ৰ প্ৰহাৰিলা ধনঞ্জয় ॥ ২২৪৪৪
দ্ৰোণে অৰ্জ্জুনকে অৰ্জ্জুনেয়ো ধাৰাসাৰে।
শৰবৃষ্টি পৃথিৱী আকাশ একাকাৰে ॥

গুৰুৰ শিষ্যৰ যুদ্ধ চাহিবাক মনে।
আকাশ ঢাকিয়া আসি ৰৈলা দেৱগণে ॥ ২২৪৪৫
যুদ্ধ এৰি কৌৰৱ পাণ্ডৱ দুয়ো ঘৰে।
দ্ৰোণ অৰ্জ্জুনৰ দুইৰো চাহান্ত সমৰে ॥
দুয়ো সমসৰ দুয়ো শৰ যুদ্ধ এৰি।
দুই দুহান্তক যুজে দিব্য অস্ত্ৰ ধৰি ॥ ২২৪৪৬
এত হন্তে ধনঞ্জয় সমৰে প্ৰধান।
মধ্য দেশে দ্ৰোণৰ কাটিলা ধনুখান ॥
আন ধনু ধৰি গুৰু দ্ৰোণ দ্বিজবৰ।
সন্ধানে ভেদিলা অৰ্জ্জুনৰ কলেৱৰ ॥ ২২৪৪৭
শৰ পাই অৰ্জ্জুনৰ মনত আতুষ্টি।
বামহাতে অৰ্জ্জুনৰ ঢিল হৈল মুঠি ॥
হেন দেখি অৰ্জ্জুনৰ ক্ৰোধ গুৰুতৰ।
ডাহিনত ধনু লৈলা বামে লৈলা শৰ ॥ ২২৪৪৮
ত্ৰিকৰ্ণিটক শৰ সৰ্পমুখ কুৰিপাটে।
দ্ৰোণৰ হৃদয় মাজে ভেদিলন্ত ডাটে ॥
বাসৱৰ শৰে পৰ্ব্বতক যেনমতে।
কুৰি গোটা সৰ্প যেন পশিলা গৰ্ত্ততে ॥ ২২৪৪৯
হৃদয়ত পৰি শৰ গৈলেক নিকলি।
দুয়ো পাশে শোণিত বহয় হলহলি ॥
শৰছোটে গুৰু দ্ৰোণ মৃতক পৰায়।
বাঘে ধৰা মৃগ যেন গৈলেক পলাই ॥ ২২৪৫০
অৰ্জ্জুন ৰহিলা যেন পৰ্ব্বত সচলে।
ভীষ্মক বধিতে প্ৰতি যান্ত সমদলে ॥
সেহিবেলা মিলিলা অনেক উতপাত।
দেখিয়া দ্ৰোণৰ আতি মনত বিষাদ ॥ ২২৪৫১
নিজ সৈন্যমাজে অশ্বত্থামাক যে মাতি।
গুৰু দ্ৰোণে কথা কহে মনদুখে আতি ॥
দেখা দেখা বাপ অশ্বত্থামা আজি মোক।
কি কাৰণে মনৰ সুগুচে দুখ শোক ॥ ২২৪৫২
দশোদিশে তমোময় দেখি কি কাৰণ।
ঘনে ঘনে ঘূৰয় হাতৰ ধনুখান ॥
গ্ৰহগণে সঞ্চাৰ কৰয় বামপাশে।
আৰকত বৰ্ণ দেখি সকল আকাশে ॥ ২২৪৫৩

দশোদিশ জুৰিল কাক গৃধ্র শেন্দে।
শিৱাগণে আৱাৱতে জয় ঘনে ঘনে ॥
আজি দেখা বাপু অৰ্জ্জুনৰ কোপানলে।
সংহাৰিবে আজি শত কৌৰৱসকলে ॥ ২২৪৫৪
একে ধনঞ্জয় আৰো অনুকুল হৰি।
ভীষ্মক বধিবে চান্ত মহাকোপ কৰি ॥
দেখা অৰ্জ্জুনক বানৰৰ ধ্বজগোট।
ভীষ্মৰ মুখক চাই কৰন্ত আচোট ॥ ২২৪৫৫
ধনঞ্জয় বীৰৰ ফুটিয়া শৰগণ।
আটাস পাৰয় কৌৰৱৰ যত জন ॥
কৌৰৱ দলত শুনি হাহাকাৰ ৰোল।
চমক লাগিল মুশুনিয় মাতবোল ॥ ২২৪৫৬
বাপ অশ্বত্থামা আকলিয়া মোৰ বাণী।
পূৰ্ব্ব ধৰি মই হেন কথা আছো শুনি ॥
অমঙ্গল ধ্বজ সিটো নাৰী পূৰ্ব্বজন।
শিখণ্ডীক মুযুজন্ত গঙ্গাৰ নন্দন ॥ ২২৪৫৭
শিখণ্ডীক আগ কৰি আলোচি মনত।
ভীষ্মক বধিবে আজি পাণ্ডৱে ৰণত ॥
ক্ষত্রিয়ৰ ধৰ্ম্ম বাপু জানাহা আপোনে।
ভীষ্মক ৰাখিতে বাপ চলাহা এক্ষণে ॥ ২২৪৫৮
দ্রোণৰ বচন শুনি অশ্বত্থামা বলী।
বাপক নমিয়া শীঘ্রবেগে যাই চলি ॥
সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ।
ভীষ্মক বধিবে মনে ৰঙ্গ পাণ্ডৱৰ ॥ ২২৪৫৯
চঙ্ক লাগি কুৰুসেনা বিভঙ্গে পলায়।
ৰিণি ৰিণি ভীষ্মক দেখিলা ধনঞ্জয় ॥
হেন দেখি দুঃশাসন ৰাজা দুৰ্য্যোধন।
দ্রোণক সাম্বোধি পাচে বুলিলা বচন ॥ ২২৪৬০
শুনা গুৰু দ্রোণ তুমি বচন আমাৰ।
ত্রিভুবনে জানে তুমি বীৰ বলীয়াৰ ॥
তথাপিতো দেখো গুৰু মোৰ কৰ্ম্মভাগে।
তৃণ সম ভৈলা আজি অৰ্জ্জুনৰ আগে ॥ ২২৪৬১
যিহোক সিহোক গুৰু নথজিবা মনে।
ভীমক সম্মুখে তুমি চলা মোৰ ৰণে ॥
দেখা শিখণ্ডীৰ বামপাৰ্শ্বে বৃকোদৰ।
গদা ধৰি কালান্তক যম সমসৰ ॥ ২২৪৬২
ধনঞ্জয় সসৈন্যে চলয় চপকৰে।
পথ ভেণ্টি ভীমক ৰাখিয়ো একেশ্বৰে ॥
একলে ভীমক বেঢ়ি সবে কুৰুগণে।
শৰে হানি মাৰি পেলো যমৰ কাৰণে ॥ ২২৪৬৩
বৃকোদৰ মৰিলত গুচিবে অপায়।
ভীষ্মক নমাৰি যাইবে পাণ্ডৱ পলাই ॥
হেন দেখি গুৰু দ্রোণে বচন বোলন্ত।
জয় পৰাজয়ৰ কাৰণ ভগৱন্ত ॥ ২২৪৬৪
তথাপি বুলিলো হেন চলিলোহো ৰণে।
কিন্তু ভীমসেনক বধন্তা নাহি আনে ॥
সঞ্জয় বদতি কথা শুনা মহাশয়।
সমৰক গৈলা গুৰু দ্রোণ আতিশয় ॥ ২২৪৬৫
খেদি গৈয়া বীৰে পাণ্ডৱক লাগ পাই।
শিখণ্ডীৰ দাহিনে অৰ্জ্জুন মহাশয় ॥
বামে বৃকোদৰে ৰৰ গদা ধৰি যান্ত।
ভীষ্মক বধিবে মনে পৰম আক্রান্ত ॥ ২২৪৬৬
হেন দেখি গুৰু দ্রোণে নসহিলা তাক।
নাকে মুখে ভীমক দিলেক শৰজাক ॥
ৰুধিৰে ঢাকিল চক্ষু দাৰুণ সন্ধানে।
ৰথ সমে পাচ ভৈলা শতধনু মানে ॥ ২২৪৬৭
শৰ কাঢ়ি চক্ষুৰ শোণিত মুচিলন্ত।
মহাকোপে দ্রোণক সম্মুখে খেদি যান্ত ॥
সমদলে ব্যূহ ভেদি পশিলা অৰ্জ্জুন।
পথ ভেণ্টি ভীমক ৰাখিলা গুৰু দ্রোণ ॥২২৪৬৮
হেন দেখি কৃপ অশ্বত্থামা বীৰবৰ।
বিন্দ অনুবিন্দ আৰ শল্য মদ্রেশ্বৰ ॥
জয়দ্রথ চিত্রসেন দুৰ্ম্মুখ বীৰবৰ।
দ্রোণ বিকৰ্ণৰ সমে দশ ধনুৰ্দ্ধৰ ॥ ২২৪৬৯
প্রথমতে শল্যে প্রহাৰিলা ষাঠি বাণ।
এক শত বাণ প্রহাৰিলা গুৰু দ্রোণ ॥
তিনিশত কৃপ অশ্বত্থামা অযুতেক।
লেখা জোখা নাহি শৰ মাৰিলা যতেক ॥ ২২৪৭০

ভীমে গদা ফুৰাইলেক চক্ৰাকাৰ কৰি।
সবে শৰ একেলগে গৈলেক উফৰি ॥
একেশ্বৰ পাণ্ডৱৰ কৰ্ম্ম ভয়ঙ্কৰ।
হেন দেখি কিটাইলন্ত দ্ৰোণ দ্বিজবৰ ॥ ২২৪৭১
চাৰি শৰ মাৰিয়া কাটিলা ৰথখান।
আৰ এক শৰে সাৰথিৰ নৈলা প্ৰাণ ॥
ধনু শৰ তূণ বাণ যতেক ভীমৰ।
শৰে হানি দ্ৰোণে কাটিলন্ত নিৰন্তৰ ॥ ২২৪৭২
হেন দেখি ভীমে ভয়ঙ্কৰ গদা ধৰি।
মৃগক জাম্পিলা যেন প্ৰমত্ত কেশৰী ॥
সম্বোধি বোলন্ত কথা শুনা গুৰু দ্ৰোণ।
তুমি সম কাৰ্য্যত চতুৰ আছে কোন ॥ ২২৪৭৩
পিতৃ বুলি তোমাক গৌৰৱে কৰো সেৱ।
তুমিতো কপট তাক নজানয় কেৱ ॥
ভীষ্মক বধন্ত ধনঞ্জয় সমদলে।
পথ ভেঁণ্টি তুমি মোক ৰাখা কোন বোলে ॥ '৭৪
এহি বুলি ভীমে গুৰুতৰ গদা দাঙ্গি।
যেন শেনে জাম্প দিলা কপোতক লাগি ॥
দেখি দ্ৰোণে প্ৰহাৰিলা অসংখ্যাত শৰ।
তৃণ সম কৰি নগণিলা বৃকোদৰ ॥ ২২৪৭৫
বিদ্যুত সঞ্চাৰে গৈয়া খেদি লাগ পাইলা।
একে কোবে ৰথখান ভাঙ্গিয়া পেলাইলা ॥
ৰথভঙ্গে ভূমিত পৰিল দ্বিজবৰ।
প্ৰাণৰ কাতৰে উঠি দিলেক লৰৰ ॥ ২২৪৭৬
সেহি গদা ধৰি ভীম বিপুল শকতি।
কুৰুসৈন্য মাজে পশিলেক মহামতি ॥
দুতয় হাজাৰ ৰথ অযুত কুঞ্জৰ।
নিযুত পদাতি মাৰিলন্ত বৃকোদৰ ॥ ২২৪৭৭
ঘোৰ গদা ধৰি ভীম যি ভিতিক যান্ত।
শাৰ্দ্দুলক ভয়ে যেন হৰিণ পলান্ত ॥
পলাই কৌৰৱী সেনা দশোদিশে গৈল।
দূৰতে দেখিয়া সবে ব্যূহ পাতি ৰৈল ॥ ২২৪৭৮
যেন মহাবাঘক মনুষ্যগণে বেঢ়ি।
চতুৰ্দ্দিশে বাজু লইয়া পাৰে ধাউগেৰি ॥
সেহিমতে ভীমক বেঢ়িয়া কুৰুগণে।
সমীপ চাপিবে নপাৰিলা একোজনে ॥ ২২৪৭৯
ভীমে যেহি ভিতি যাই ঘোৰ গদা দাঙ্গি।
সেহি ভিতি সেনাগণ পলাই যাই ভাগি ॥
যেহি ভিতি পাচ দিয়া থাকে বৃকোদৰ।
সেহি ভীতি কুৰুসৈন্য চাপয় ওচৰ ॥ ২২৪৮০
মত্ত হস্তী পাচে যেন কুকুৰ ৰটায়।
ভীমে ফিৰি চান্তে সব বিভঙ্গে পলায় ॥
কুৰুসৈন্য মাজে হেন নথাকিল বীৰ।
ধনু ধৰি ভীমৰ আগত হৈবে থিৰ ॥ ২২৪৮১
মহাক্ৰোধ বৃকোদৰ যেহি ভিতি যাই।
আউৰে আউৰৰ পাচে বিভঙ্গে পলাই ॥
হেন দেখি আগুৱাই শল্য মদ্ৰেশ্বৰ।
ভগদত্ত দুৰ্ম্মুখ বিকৰ্ণ বীৰবৰ ॥ ২২৪৮২
কৃপ অশ্বত্থামা বিন্দ অনুবিন্দ দুই।
ঘোৰ শৰ প্ৰহাৰন্ত একতৰ হুই ॥
হেন দেখি কিটাইলন্ত বীৰ বৃকোদৰ।
প্ৰত্যেক পদতে ভূমি কাম্পে নিৰন্তৰ ॥ ২২৪৮৩
প্ৰথমতে খেদি পাইলা শল্যক অভঙ্গে।
দাৰুণ গদাৰ কোব বৈসালেক খঙ্গে ॥
গদাৰ কোবত শল্য ভৈলন্ত বিকল।
ঢলিয়া পৰিল যেন পৰ্ব্বত সচল ॥ ২২৪৮৪
ভগদত্তে কোব মাৰি বিকৰ্ণৰ লাথি।
কৃপ অশ্বত্থামাক মাৰিলা ঘৰাকাতি ॥
বিন্দ অনুবিন্দ দুৰ্ম্মুখক মাৰি চৰ।
চিত্ৰসেন জয়দ্ৰথ মাৰিলন্ত গোৰ ॥ ২২৪৮৫
এহিমতে সমস্তে জিনিয়া কুৰুবীৰ।
ব্যূহ ভেদি চলি গৈলা নিকজ শৰীৰ ॥
শুনা সৰ্ব্বজনে মহাভাৰতৰ কথা।
ইহেন মনুষ্যজন্ম নকৰিয়ো বৃথা ॥
ৰামসৰস্বতী ভণে এৰা আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ২২৪৮৬

---

ভীমৰ যুদ্ধত কুৰুগণৰ ভঙ্গ

**ঝুমুৰী**

ভীমে জিনিলেক ৰণ।
হাৰিলেক কুৰুগণ ॥
ধৰিলা ব্যূহৰ বাট।
বসুমতী মেলে ফাট ॥ ২২৪৮৭
চমকিল কুৰুগণ।
এৰিলেক ঘোৰ ৰণ ॥
বৃকোদৰে মাৰে খেদি।
ত্ৰাসে পলায় ব্যূহ ভেদি ॥ ২২৪৮৮
পলাইবে নপাৰি আগে।
ভীমত শৰণ মাগে ॥
দান্তে তৃণ তুলি ধৰি।
বোলয় কাৰ্পণ্য কৰি ॥ ২২৪৮৯
ৰাখিয়োক বৃকোদৰ।
মোৰ দোষ ক্ষমা কৰ ॥
এহিমতে ব্যূহ ভেদি।
অৰ্জ্জুনক পাইলা খেদি ॥ ২২৪৯০
দেখিয়া পাণ্ডৱগণ।
সবাৰো কৌতুক মন ॥
ৰাম সৰস্বতী ভণে।
হৰি বোলা ঘনে ঘনে ॥ ২২৪৯১

---

দশম দিনৰ যুদ্ধ

**পদ**

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
অৰ্জ্জুনক লাগ পাইলা বীৰ বৃকোদৰ ॥
এক সাজ হুয়া সবে চলে বীৰচয়।
কতোদূৰে ভীষ্মক দেখিলা ধনঞ্জয় ॥ ২২৪৯২
ভীষ্মক দেখিয়া আতি আনন্দিত মনে।
পাঞ্চজন্য শঙ্খক বজাইলা নাৰায়ণে ॥
দেৱদত্ত শঙ্খক ফুকিলা ধনঞ্জয়।
চমকিয়া কুৰুসেনা বিভঙ্গে পলায় ॥ ২২৪৯৩
দেখি দুৰ্য্যোধন ৰাজা মহাভয় ভৈলা।
সসৈন্যে সহিতে ৰাজা যুজিবাক লৈলা ॥
সংক্ষেপ পয়াৰে আৰ নিবন্ধিবো তাৰ।
সমদলে সাজি দুৰ্য্যোধনে দিলা ধাৰ ॥ ২২৪৯৪
কৃষ্ণক সম্বোধি অভিমন্যু নিগদতি।
দেখা খেদি আসে দুৰ্য্যোধন মহামতি ॥
ভীষ্মক বধিবে প্ৰতি যাইবাক নেদয়।
পঞ্চ ভেণ্টি সমদলে ৰাখিতে আসয় ॥ ২২৪৯৫
শুনা কৃষ্ণ মমা শুনা পিতৃ ধনঞ্জয়।
দুৰ্য্যোধন ৰাজাক যে যুদ্ধ কৰো মই ॥
হেন শুনি মাধয়ে মাতন্ত ধীৰে ধীৰে।
শুনিয়ো ভাগিন তযু কোমল শৰীৰে ॥ ২২৪৯৬
মহাৰথীগণ সমে ৰাজা দুৰ্য্যোধন।
নিসন্ধি কৰিয়া হানিবেক শৰগণ ॥
কোমল শৰীৰে পৰে দেখি আতি শোক।
তব মাতৃ সুভদ্ৰায়ে গৰিহিব মোক ॥ ২২৪৯৭
বুলিবেক দদা হেন অৱস্থা পুত্ৰৰ।
ৰণ মধ্যে তুমি কি কৰিলা দামোদৰ ॥
অভিমন্যু বোলে মমা নকৰিবা ভয়।
দুৰ্য্যোধন নৃপতিৰ মিলাওঁ প্ৰলয় ॥ ২২৪৯৮
এহি বুলি খেদি আইলা অভিমন্যু বীৰ।
দেখি দুৰ্য্যোধনৰ যে নসহে শৰীৰ ॥
দুৰ্য্যোধন ৰাজা বোলে নেদেখোহো ভাল।
বাঘক আসয় দেখি ছাগৰ ছৱাল ॥ ২২৪৯৯
হেন শুনি অভিমন্যে বুলিলন্ত বাক।
কোন পদে জেঠা তুমি যুজিবা আমাক ॥
ত্ৰিভুৱন নাথ হৰি মাতুল আমাৰ।
মহা পৰাক্ৰমী মই পুত্ৰ অৰ্জ্জুনৰ ॥ ২২৫০০
তুমি পুনু দেখা জেঠা কণাৰ তনয়।
যাৰ মমা শকুনি স্বভাৱে দুৰাশয় ॥
নপলাইবা জেঠা তুমি হোৱা সাৱধান।
এহিবুলি অভিমন্যে প্ৰহাৰিলা বাণ ॥ ২২৫০১

দেখি দুৰ্য্যোধন ৰাজা ক্ৰোধ কৰি ৰৰ ।
কুৰি শৰে সৌভদ্ৰৰ ভেদিলা শৰীৰ ॥
দেখি অভিমন্যে প্ৰহাৰিলা শতবাণ ।
হৃদয়ত পৰি তল গৈলা পুংখমান ॥ ২২৫০২
ধনুখান কাটিলেক এক শৰ হানি ।
পুনু দশশৰ প্ৰহাৰিলা টানি টানি ॥
শৰে ফুটিলন্ত ৰাজা দাৰুণ সন্ধানে ।
দেখি হাহাকাৰ কৰে কুৰুবীৰগণে ॥ ২২৫০৩
আৰ শৰ লৈলা অভিমন্যু বীৰবৰ ।
দেখি দুৰ্য্যোধন ৰাজা দিলেক লৰৰ ॥
যদি ভঙ্গ ভৈলেক নৃপতি দুৰ্য্যোধন ।
হেন দেখি ধাইলা কৌৰৱী বীৰগণ ॥ ২২৫০৪
অভিমন্যু বীৰক যে ঢাকিলেক শৰে ।
হেন দেখি ক্ৰোধিলেক সুভদ্ৰাকুমাৰে ॥
শাৰ্দ্দুলকুমাৰে যেন মৃগযূথ দেখি ।
খেদি মধ্যে পশিলেক খাণিকো নাপেক্ষি ॥ '৫০৫
অভিমন্যু বীৰৰ ফুটিয়া শৰজাক ।
কুৰুসৈন্য মাজে পৰি মৰে জাকে জাক ॥
কাৰো শিৰ কটা গৈল কাৰো বাহু দুই ।
শৰঘাৰে মৰে কতো বিমূৰ্চ্ছিত হুই ॥ ২২৫০৬
প্ৰচণ্ড বতাসে যেন সৰে পকা ফল ।
ঠাস্ ঠিস্ কৰি পৰে ধৰণীমণ্ডল ॥
সেহিমতে কাটি কৌৰৱৰ বীৰচয় ।
দেখি ৰঙ্গে হাসন্ত পাণ্ডৱ সমস্তয় ॥ ২২৫০৭
হেন দেখি কিটাইলা অসংখ্য ৰাজাগণ ।
কৃপ কৃতকৰ্ম্মা আৰ দ্ৰোণৰ নন্দন ॥
দুৰ্য্যোধন ৰাজা বোলে কিবা চাস আৰ ।
দেখা মোৰ সৈন্য মাৰে সুভদ্ৰাকুমাৰ ॥ ২২৫০৮
এহি বয়সতে কেন দেখিয়োক তাক ।
তৃণ সম কৰি দেখা নমানে আমাক ॥
একে লগে বেঢ়িয়ো সমস্তে বীৰগণ ।
অন্যায় সমৰে মাৰি পেসো যমথান ॥ ২২৫০৯
অভিমন্যু বীৰক যে নিবো যমথান ।
তেবেসে ভীষ্মৰ জানা ৰক্ষা পৰে প্ৰাণ ॥

এহি বুলি খেদি গৈল যত ৰাজাগণ ।
হেন দেখি গুৰু দ্ৰোণে বুলিলা বচন ॥ ২২৫১০
শুন বোল বোলোহো সমস্তে বীৰচয় ।
সমীপতে আছে কালান্তক ধনঞ্জয় ॥
মৃগযূথে বাঘৰ পুত্ৰক যাহা সাজি ।
ধনঞ্জয়ে পাইলে ভাল নকৰিব আজি ॥ ২২৫১১
প্ৰতি প্ৰতি কৰি গুৰু দ্ৰোণে দিলা হাক ।
দুষ্ট ৰাজাগণে কেহো নমানিলে তাক ॥
বাৰিষাৰ মেঘে যেন ছানিলা আকাশে ।
অভিমন্যু বীৰৰ চাপিয়া দুয়ো পাশে ॥ ২২৫১২
দেখি অভিমন্যে সবাহাঙ্কে প্ৰহাৰিলা ।
তেসম্বেয়ো একযূথে শৰ প্ৰহাৰিলা ॥
অভিমন্যু বীৰৰ তথাপি নাই ত্ৰাস ।
দাৰুণ প্ৰহাৰে আতি দশগুণে সাস ॥ ২২৫১৩
অৰ্জ্জুনৰ সম বলৱন্ত ধনুৰ্দ্ধৰ ।
নৃপতিগণক লাগি প্ৰহাৰিলা শৰ ॥
আজানুলম্বিত বাহু সুকোমল কায়া ।
দৰ্পণত দেখি যেন অৰ্জ্জুনৰ ছায়া ॥ ২২৫১৪
হেন দেখি অভিমন্যু বীৰৰ সাৰথি ।
ৰথখান ডাকিলে উৰ্দ্ধক কৰি গতি ॥
নৃপতিগণেয়ো প্ৰহাৰিলা যত যত ।
গোটেকো নপৰে অভিমন্যুৰ গাৱত ॥ ২২৫১৫
পুনৰপি ৰাজাগণে প্ৰহাৰ কৰিলা ।
তথাহন্তে ৰথখান আন থানে নিলা ॥
সুভদ্ৰা পুত্ৰৰ সাৰথিৰ কৰ্ম্ম দেখি ।
চক্ষু লাগি কুৰুগণ আছন্ত নিৰেখি ॥ ২২৫১৬
নৃপতিগণৰ শৰছোট পায়া আতি ।
অচেতনে পৰিলেক দাৰুকৰ নাতি ॥
একেশ্বৰে অভিমন্যু সাৰথি মূৰ্চ্ছিতে ।
কৃষ্ণে দেখিলেক তাক কতো দূৰহন্তে ॥ ২২৫১৭
অৰ্জ্জুনক সম্বোধি মাতন্ত নাৰায়ণ ।
আনে সমে সখি তুমি এৰিয়োক ৰণ ॥
একেশ্বৰে অভিমন্যু ভাগিনক পাই ।
কুৰুগণে দেখা কেন কৰন্ত অন্যায় ॥ ২২৫১৮

কথা শুনি অৰ্জ্জুনৰ ক্ৰোধ গুৰুতৰ।
প্ৰলয় কালৰ অগনিৰ পটন্তৰ ॥
অভিমন্যু বীৰৰ দেখিয়া পৰাভৱ।
আগবাঢ়ি খেদি গৈলা যতেক পাণ্ডৱ ॥ ২২৫১৯
সবাতো অধিক অৰ্জ্জুনৰ কোপানল।
সংহৰিবে লাগিলেক কৌৰৱৰ দল ॥
প্ৰলয় কালৰ যেন প্ৰচণ্ড অগনি।
শিমলু তুলাত যেন লাগিলেক ছানি ॥ ২২৫২০
হেন দেখি ৰাজাগণ ভৈলা মহাভয়।
বোলে দেখা আসে কালান্তক ধনঞ্জয় ॥
এহি বুলি ৰাজাগণ পাচমুখ ভৈলা।
সৌভদ্ৰক এৰি সবে পলাইবাক লৈলা ॥ ২২৫২১
গৃহস্থক দেখি যেন দুষ্ট চোৰগণে।
সিন্ধি দিয়া সৰ্ব্বস্বক লোৰে ৰঙ্গমনে ॥
গৃহস্থে দেখিলেক সৰ্ব্বস্বক সবে এৰি।
মহাভয়ে চোৰগণ পলায় লৰৰি ॥ ২২৫২২
সেহিমতে পলাইলা দুৰ্জ্জন ৰাজাগণ।
খেদি খেদি শিৰশ্ছেদ কৰন্ত অৰ্জ্জুন ॥
অৰ্জ্জুনৰ শৰ কালসৰ্প সমসৰ।
ছুইলে প্ৰাণ হৰে অল্প শত মনুষ্যৰ ॥ ২২৫২৩
যেহি শৰ প্ৰহাৰন্ত নৃপতি পাণ্ডৱ।
পাগল বাতুল যেন ফুৰন্ত চেষ্টায় ॥
এহিমতে শৰ পাই আকুল মনত।
উলটিয়া ক্ৰোধ কৰি পশিলা ৰণত ॥ ২২৫২৪
কেহো ৰাজা খড়্গ চৰ্ম্ম কেহো গদা ধৰি।
খেদি যায় কৃষ্ণ অৰ্জ্জুনক ক্ৰোধ কৰি ॥
অৰ্জ্জুনৰ আগত সাক্ষাতে দামোদৰ।
প্ৰথমতে দেখি গৈয়া বদন কৃষ্ণৰ ॥ ২২৫২৫
দূৰ্ব্বাদলশ্যাম তনু সুকোমল কায়।
গাবে পীতবস্ত্ৰ যেন বিজুলী পৰায় ॥
শৰতৰ পদ্ম যেন প্ৰফুল্ল বদন।
হৃদয় পৰশে মুখে হাসি বিতোপন ॥ ২২৫২৬
এক হাতে ধৰি আছা ঘোঁৰাৰ শিকলি।
আউৰ হাতে ঘোঁৰাৰ ধৰিছা বাঘজৰী ॥
আউৰ হাতে পাঞ্চজন্য শঙ্খ আছা ধৰি।
আউৰ হাতে চক্ৰ দুষ্ট ৰাজাগণ বৈৰী ॥ ২২৫২৭
ঘোঁৰাৰ খুৰাৰ ধূলা পাণ্ডুৰ বদন।
তাতে ঘৰ্ম্মজল বহে দেখিতে শোভন ॥
জল মল কৰি কৰ্ণে মকৰ কুণ্ডল।
কপালত শোভয় অলকা তিলফুল ॥ ২২৫২৮
এহি ৰূপে মোহ হুয়া থাকে ৰাজাগণে।
সেহিবেলা কাটা যায় অৰ্জ্জুনৰ বাণে ॥
সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ।
কতেক কহিবো ভাগ্য নৃপতিসবৰ ॥ ২২৫২৯
যাৰ নাম শুনি কৰ্ণে মৃত্যু সময়ত।
বৈকুণ্ঠত চলি যাই দিব্য বিমানত ॥
যাৰ ৰূপ ব্ৰহ্মায়ে চিন্তন্ত ধ্যান কৰি।
ইন্দ্ৰিয়ক স্মৰি মন সুমৰি সুমৰি ॥ ২২৫৩০
যোগীগণে চিন্তি যাক ক্ষণেকো নপায়।
তেতিক্ষণে ভৱবন্ধ যাতনা এৰায় ॥
সেহিমতে ৰাজাগণে বৈৰভাৱ চিন্তি।
সেহিবেলা অৰ্জ্জুনৰ শৰে কাটে আতি ॥ ২২৫৩১
অন্তকালে কৃষ্ণক দেখিয়া পৰতেক।
নৃপতিসবৰ ভাগ্য কহিবো কতেক ॥
বোলে ৰামসৰস্বতী নমাগোহো আন।
অন্তকালে ৰাম বুলি যাউক মোৰ প্ৰাণ ॥ ২২৫৩২
কৰযোৰে মহন্ত জনক কৰো নতি।
তোমাৰ চৰণে মাগো সপ্ৰেম ভকতি ॥
ধৃতৰাষ্ট্ৰ নৃপতিত বদতি সঞ্জয়।
শুনিয়োক তোমাৰ সেনাৰ যেন নয় ॥ ২২৫৩৩
পুত্ৰ অভিমন্যুৰ স্নেহৰ আতি সন্ত।
ঘনে ঘনে কৌৰৱগণক নিদলন্ত ॥
জেঠৰ মাহৰ আদিত্যৰ ৰশ্মি প্ৰায়।
সকল জগত মান জনেকো নেৰায় ॥ ২২৫৩৪
সেহিমতে ধনঞ্জয় আদিত্যৰ হাতে।
কুৰুসৈন্য বিয়াকুল মৃতক সাক্ষাতে ॥
হেন দেখি কৌৰৱৰ মহা বীৰগণ।
ভীষ্মৰ পাশত গৈয়া পশিলা শৰণ ॥ ২২৫৩৫

ৰৰ ৰৰ বীৰমানে শৰে অৰ্জ্জুনৰ।
ক্ষত বিক্ষত যে জৰ্জ্জৰিত কলেৱৰ॥
অৰ্জ্জুনৰ শৰে ভৈলা দোৰ্ঘোৰ প্ৰলয়।
দুৰ্য্যোধন ৰাজাৰ বিষাদ আতিশয়॥ ২২৫৩৬
দেখি ভীষ্ম বোলন্ত আশ্বাস কৰি আতি।
কিয় দুৰ্য্যোধন তোৰ এমুৰা বিপত্তি॥
আজিৰ সমৰে বাপু কি ভৈল কাৰণ।
চিন্তা দুখ কৰে দেখো সবে কুৰুগণ॥ ২২৫৩৭
দশোদিশে শুনি কিয় সৈন্যৰ কল্লোল।
বীৰগণ মাজে শুনো হাহাকাৰ ৰোল॥
আজি দেখো বাপু তোমাঠৈৰ বীৰগণ।
দশোদিশে ৰণ এৰি পলায় কি কাৰণ॥ ২২৫৩৮
আজিনো পাণ্ডৱে কাৰ বাহুবল পাই।
এতমান অৱস্থা কৰিলা কুৰুৰায়॥
আত অনন্তৰে পাচে ভীষ্ম দেখিলন্ত।
ৰিণি ৰিণি দেখিলন্ত পাণ্ডৱ আসন্ত॥ ২২৫৩৯
দুৰ্য্যোধন ৰাজাক মাতিলা অনন্তৰ।
মন দুখ এৰা বাপু মিলিল সমৰ॥
কামৰূপ মধ্যে গ্ৰাম নাহিকে উপাম।
তাতে গ্ৰাম ভৈলা চমৰিয়া যাৰ নাম॥ ২২৫৪০
সেহি গ্ৰামেশ্বৰ ভৈলা কবি চূড়ামণি।
পণ্ডিতগণৰ মধ্যে যাক অগ্ৰগণি॥
সৰ্ব্বগুণে গুণান্বিত পৰম মহন্ত।
যাক দেখি মহন্তসকলে আদৰন্ত॥ ২২৫৪১
পৰম মহন্ত গুৰু গৌৰৱত ৰত।
যাৰ যশে অদ্যাপিয়ো প্ৰকাশে জগত॥
গোবিন্দৰ ভক্তিত যাহাৰ দিন গৈল।
আত অনন্তৰে তাৰ দুই পুত্ৰ ভৈল॥ ২২৫৪২
জ্যেষ্ঠ ভৈলা কবিচন্দ্ৰ আতি শুদ্ধমতি।
তাহান অনুজ ভৈলা ৰামসৰস্বতী॥
নিজগুণে গুণাকাৰ কবিচন্দ্ৰ ৰবে।
মহাশাস্ত্ৰ পঢ়য় সকলো গুণে দঢ়ে॥ ২২৫৪৩
তাহান অনুজ শ্ৰেষ্ঠ ৰামসৰস্বতী।
কৰযোৰে মহন্ত সবাকো কৰো নতি॥
মহাভক্ত সবাৰো চৰিত্ৰ বিদগদ।
বিৰচিলো ভাৰতৰ ভীষ্মপৰ্ব্ব পদ॥
ৰামসৰস্বতী ভণে এৰা আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥ ২২৫৪৪

---

ভীষ্মৰ লগত দুৰ্য্যোধনৰ কথোপকথন

দুলড়ী

ভীষ্ম বোলে দুৰ্য্যোধন নকৰিবা দুখ মন
পাণ্ডৱে পাইলেক আসি খেদি।
ৰিণি ৰিণি দেখি মাত্ৰ প্ৰহাৰয় অস্ত্ৰ শস্ত্ৰ
দুৰ্দ্দম ব্যূহৰ পথ ভেদি॥
ৰথ চক্ৰ অভিমানী গগন ঢাকিয়া ছানি
নিচিনিয়া কাহাকো সাক্ষাত।
সিকাৰণে পুছো যত দুৰ্য্যোধন কহা মোত
গাৱে গাৱে চিনায়ো আমাত॥ ২২৫৪৫
যিগোটাৰ ৰথ বহি আসে যেন সূৰ্য্য শশী
ক্ৰোধে যেন বাতুল স্বভাৱ।
যাৰ চোট পায়া বৰ কুৰুসৈন্য নিৰন্তৰ
সঘনে সুমৰে বাপ মাৱ॥
হস্তী ঘোঁৰা তুলি ধৰি প্ৰহাৰন্ত দলি কৰি
ঘনে ঘনে নাদন্ত অপাৰ।
যি ভিতি চাহয় খঙ্গে কৌৰৱ পলায় ভঙ্গে
চিনিয়োক ভীম অনিৰ্ব্বাৰ॥ ২২৫৪৬
দেখা তান সমীপত যেন চন্দ্ৰ ভূমিগত
কৌৰৱৰ কোপ মন যাৰ।
চিনাইলো ইঙ্গিতে আতি এহি তব পৰিনাতি
অভিমন্যু সুভদ্ৰাকুমাৰ॥
তানে পাচে দুইভাই ৰূপে যাক সম নাই
মহাবলী শুভ বীৰবৰ।
চলিয়োক অৰিকলে যাৰ সম নাহি বলে
নকুল সহদেৱ দুই বীৰ॥ ২২৫৪৭
ধৱল ছত্ৰক যাৰ উপৰত ধৰি আলে
আগে পাচে সৈন্যৰ আন্দোল।
শঙ্খ শিঙ্গা কোলাহলে দশোদিশে চমকিলা
খিতাতে মুগুনি মাত বোল॥

আপ্তে চিনা যুধিষ্ঠিৰ পৰম গম্ভীৰ ধীৰ
শক্ৰ মিত্ৰ নাহিকে মনত।
তথাপিতো যিটো তান্ত মনে দ্ৰোহ আচৰয়
সিটো সবান্ধৱে হোৱে হত ॥ ২২৫৪৮
তাৰ আগে ৰথচক্ৰ বিদ্যুৎ সঞ্চাৰে আসে
তাঙ্কে চিনা অগনি বিশাল।
মাধৱ সাৰথি ৰূপে ৰথক ডাকন্ত দ্ৰুতে
কৌৰব কুলৰ যমকাল ॥
আজিৰ সমৰে ঘোৰ কিন্তু তুমি সমসৰ
শৰ হানে চাহিয়ো শৰীৰ।
উভ ফোট আছে কৰি নচলয় হাত ভৰি
সশৰীৰে বহয়ে ৰুধিৰ ॥ ২২৫৪৯
আকে জানি পিতামহ সমৰক চলি যাহা
সমদলে চপকৰে সাজি।
পাণ্ডৱ পৰিলা ৰণে যদি হেন বাৰ্ত্তা পাওঁ
তেৱে অষ্টনিধি পাওঁ আজি ॥
নৃপতি যে ধৰ্ম্মৰায় যাৰ যশ সবে গায়
স্বদেশী বিদেশী সবে প্ৰজা।
ধৰ্ম্মত প্ৰশান্ত কাম ধৰ্ম্মনাৰায়ণ নাম
থৈলা † স্বৰ্গনাৰায়ণ ৰাজা ॥ ২২৫৫০
অখণ্ড মণ্ডলেশ্বৰ হবা তুমি নৃপবৰ
অবিলম্বে লভিয়োক মহী।
ভীষ্মপৰ্ব্ব বিদগদ ৰচিলো ভাৰত পদ
মহাসুখে যাৰ ৰাজ্যে বহি ॥
বোলে ৰাম সৰস্বতী মই মহা মূঢ়মতি
কৃষ্ণ তুমি কৃপাৰ সাগৰ।
ভক্তিধনে নিয়ো কিনি উদ্ধাৰিয়ো চক্ৰপাণি
দাস কৰি লৰা দামোদৰ ॥ ২২৫৫১
শুনা সভাসদ তথা মহন্ত ভীষ্মৰ কথা
বৈকুণ্ঠে যাইবাৰ যাৰ কাম।
পাপমানে হৌক দূৰ পুণ্যৰ নাহিকে ওৰ
সঘনে ঘুষিয়ো ৰাম ৰাম ॥ ২২৫৫২

† ১৪১১—১৫৬১ শকৰ ভিতৰত ৰজা হৈছিল।

ভীষ্মৰ শৰশয্যা লাভ

পদ

সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ।
ভীষ্ম কথা শুনিলন্ত তোমাৰ পুত্ৰৰ ॥
অল্প কৰি হাসি তান্ত বুলিলা বচন।
থাকা আমি ৰণক চলিলো দুৰ্য্যোধন ॥ ২২৫৫৩
এহি বুলি ধনু ধৰি প্ৰচণ্ড বিশাল।
পাণ্ডৱক ধাইলা যেন কোপে যমকাল ॥
লগতে ধাইলেক আনো অসংখ্যাত বীৰ।
হস্তী ঘোঁৰা উট জন নিৰুজ শৰীৰ ॥ ২২৫৫৪
ত্ৰিভুবন বিজয় অবধ্য বলীয়াৰ।
সমদলে ভীষ্ম পাণ্ডৱক দিলা ধাৰ ॥
প্ৰচণ্ড বাতাসে যেন পৰ্ব্বত ৰাখিলা।
যেন সমুদ্ৰৰ ঢৌ তীৰে নিবাৰিলা ॥ ২২৫৫৫
সেহিমতে ভীষ্ম পাণ্ডৱক খেদি যায়।
ধনু ধৰি ধাইলা যেন মহেন্দ্ৰ পৰায় ॥
ভীষ্ম সেনাপতি বীৰে সমৰ কৰন্ত।
মণ্ডল আকাৰে ধনুখান ফুৰাৱন্ত ॥ ২২৫৫৬
শৰজালে চিকি মিকি দেখি সমস্তত।
যেন মধ্যাহ্নৰ সূৰ্য্য ভৈলা ভূমিগত ॥
সঞ্জয় বদতি কথা শুনা মহাশয়।
সিবেলাত সমৰ দেখন্তে লাগে ভয় ॥ ২২৫৫৭
সেহিমতে সবে পাণ্ডৱৰ বীৰগণ।
নিমিষেকে মাৰি ধীৰে কৰিলন্ত ছন্ন ॥
বাসৱৰ বজ্ৰ যেন সুদৃঢ় সন্ধানে।
দশ কুৰি কাটা যাই একো একো বাণে ॥ '৫৮
কতো অৰ্দ্ধচন্দ্ৰ শৰে কাটিলা দন্তাল।
ভূমিত পৰিয়া যেন পৰ্ব্বত সচল ॥
বাষষ্ঠি হাজাৰ ৰাজা সৈন্য সমন্বিতে।
নিমিষেকে ভীষ্ম মাৰি পেলাইলা ত্বৰিতে ॥ '৫৯
পাণ্ডৱ দলত উপসন্ন যমকাল।
দেখি বঙ্গ ভৈলা দুৰ্য্যোধন মহীপাল ॥

হেন দেখি পাণ্ডৱৰ মহাৰথীগণ।
শিখণ্ডীক আগ কৰি বেঢ়ি দিলা ৰণ। ২২৫৬০
চতুৰ্দ্দিশে আৱৰি আছয় বীৰগণ।
ভীষ্মক সম্বোধি পাচে মাতন্ত অৰ্জ্জুন॥
সৰ্ব্বকালে পিতামহ আছা ৰক্ষা কৰি।
শিশু চটকক যেন পখায়ে আৱৰি॥ ২২৫৬১
দুৰাচাৰ কৌৰৱে কৰন্ত যত যত।
সমস্তে বিদিত আছে তযু চৰণত॥
পাণ্ডৱৰ যত দুখ সবে জানি মনে।
সমৰত জয় বৰ দিলাহা আপুনে॥ ২২৫৬২
ইদানীক ক্ৰোধ তুমি নকৰিবা মনে।
তোমাক যে সম্মুখ ৰণত হৈবে কোনে॥
হাসি ভীষ্ম বোলন্ত যে শুনিয়ো অৰ্জ্জুন।
ক্ষত্ৰিয়ৰ সম্বন্ধত পিতা পুত্ৰ কোন॥ ২২৫৬৩
আকে জানি বীৰবৰ হেলা পৰিহৰি।
ঘোৰ ৰণ আমাক দিয়োক জাণ্ট কৰি॥
এলি বুলি বজ্ৰসম ধনু ধৰি কৰে।
অৰ্জ্জুনক ভেদিলেক তিনি কোটি শৰে॥ ২২৫৬৪
মাধৱক মাৰিলন্ত বত্ৰিশ হাজাৰ।
শৰজালে গোবিন্দে দেখন্ত অন্ধকাৰ॥
একশত শৰে ঘোটকক মাৰি পাচে।
শৰ পায়া চাৰি ঘোঁৰা থিয় লাঞ্জে নাচে॥ '৬৫
শিখণ্ডীত পৰে আৰ আন বীৰবৰ।
গাৱে গাৱে প্ৰহাৰিলা গঙ্গাৰ কুমাৰ॥
তাৱক্ষণে স্বস্থ পাচে লভিলা অৰ্জ্জুন।
মহাখঙ্গে মাৰ্জ্জিলন্ত গাণ্ডীৱৰ গুণ॥ ২২৫৬৬
দেখি ভীষ্মে শিলীমুখ দশ শৰ বেগে।
অৰ্জ্জুনৰ হিয়াত তাড়িলা সেহি ছেগে॥
মাধৱক মাৰিল যে পঞ্চত্ৰিংশ ভল্ল।
হৃদয়ত পৰি পুংখমানে গৈল তল॥ ২২৫৬৭
গ্ৰীৱা বক্ষস্থল ফুটি বহয় ৰুধিৰ।
পীতবস্ত্ৰ তিতিলেক কাম্পয় শৰীৰ॥
ভীষ্মক ক্ৰোধত কৃষ্ণ আৰকত বৰ্ণ।
অৰ্জ্জুনৰ মুখক চাহয় ঘনে ঘন॥ ২২৫৬৮
প্ৰতিকাৰে অৰ্জ্জুনক সমৰ্থ নেদেখি।
বুলিবে লাগিলা পাচে ভীষ্মক নিৰেখি॥
শুনা কুৰু বন্ধু তুমি পৰম বিশিষ্ট।
জানা ধৰ্ম্ম অধৰ্ম্ম শাস্ত্ৰৰ যেন নিষ্ট॥ ২২৫৬৯
ৰণধৰ্ম্ম যতমানে আপুনি বখানি।
কি কাৰণে অন্যায় কৰাহা জানি শুনি॥
ৰথী ৰথী যুজন্ত উচিত ব্যৱহাৰ।
দুইকো দুই প্ৰহাৰিয়ো যত বল যাৰ॥ ২২৫৭০
নুযুজো সাৰথি ৰূপে ৰথে আছো বৈ।
মোক শৰ কৰা তুমি ধৰ্ম্মৰন্ত হুই॥
হাসি ভীষ্ম বোলে শুনিয়োক দামোদৰ।
পূৰ্ব্বে অযুগুত কৰ্ম্ম কৰি আছা বৰ॥ ২২৫৭১
কৌৰৱৰ শত্ৰু পাণ্ডৱক হেন জানি।
কি কাৰণে সাৰথি যে ভৈলাহা আপুনি॥
এতেকেসে মাধৱ আমাত দোষ নাই।
লোহাৰ লগত অগনিয়ো বাৰি খাই॥ ২২৫৭২
বিশেষত বুলি তুমি ধৰ্ম্ম নাৰায়ণ।
পূজিবো তোমাক যেৱে যাৰ যেন মন॥
ব্ৰাহ্মণে পূজিবে ফলে ফুলে অন্ন যৱে।
বৈশ্যে পূজিবেক ধন দিয়া তযু পাৱে॥ ২২৫৭৩
ক্ষত্ৰিয়ৰ পূজা জানা ঘোৰ শৰ ধৰি।
আকে জানি তুষ্ট হৈয়ো দেৱ শ্ৰীহৰি॥
এহি বুলি প্ৰহাৰিলা অসংখ্যাত শৰ।
পঞ্চ পাণ্ডৱৰ জৰ্জ্জৰিত কলেৱৰ॥ ২২৫৭৪
হেন শুনি কেশৱক মাতন্ত অৰ্জ্জুনে।
ভীষ্মক বধিবে সখি কাহাৰ পৰাণে॥
আছোক মনুষ্য সম নোহে দেৱলোক।
এৱে কি কৰিবো সখি দেখায়োক মোক॥ '৭৫
মাধৱ বদতি কথা শুনা প্ৰাণসখি।
শিখণ্ডীত পৰে আন উপায় নেদেখি॥
ভীষ্মক যুজিতে যদি ত্ৰাস কৰা মনে।
তেৱে শিখণ্ডীত গৈয়া পশিয়ো শৰণে॥ ২২৫৭৬
তাৰ পাচ হুয়া সন্ধুকিয়া কতোক্ষণ।
পুনৰপি ভীষ্মক কৰিয়ো ঘোৰ ৰণ॥

অৰ্জ্জুন বদতি শুনা সখি দামোদৰ।
ত্ৰিভুৱনে যশ ৰহে বীৰ অৰ্জ্জুনৰ ॥ ২২৫৭৭
শিখণ্ডীত শৰণ পশিবো কোন লাজে।
ইটো কথা শুনিলে হাসিবে সামৰাজে ॥
মাধৱ বদতি সখি শুনা ধনঞ্জয়।
আপদত অযুগুত কৰিতে যুৱায় ॥ ২২৫৭৮
দেখিয়া শিখণ্ডী আতি কৌতুক বিস্তৰ।
ঘনে ঘনে ভীষ্মক প্ৰহাৰে দুই শৰ ॥
প্ৰজা সংহাৰিতে যেন কালান্তক নাগ।
সেহিমতে শিখণ্ডী ভীষ্মক পায়া লাগ ॥ ২২৫৭৯
দেখি পাণ্ডৱৰ যত মহাৰথীগণে।
শিখণ্ডীৰ উৎসাহ বঢ়াই ঘনে ঘনে ॥
সাধু সাধু মহাবীৰ দ্ৰুপদনন্দন।
বীৰগণে প্ৰশংসা কৰন্ত ঘনে ঘন ॥ ২২৫৮০
সঞ্জয় বদতি শুনিয়োক মহাৰায়।
কতো বেলি পাণ্ডৱে ভীষ্মক ছিদ্ৰ পায় ॥
আগ ভৈলা বীৰগণ শিখণ্ডীক এৰি।
ভীষ্মক প্ৰহাৰে সবে দশোদিশে বেঢ়ি ॥ ২২৫৮১
বাৰিষাৰ মেঘ যেন প্ৰচণ্ড অনলে।
প্ৰলয়ৰ মেঘ যেন গিৰ গিৰ বোলে ॥
পাচে অলক্ষিতে ভীষ্ম ধনু লৈলা কৰে।
অৰ্জ্জুনে কাটিলা তাক অৰ্দ্ধচন্দ্ৰ শৰে ॥ ২২৫৮২
সেহি বেলা শতানীক বিৰাটৰ ভাই।
মহাকোপে ধনু ধৰি গৈলা আগুৱাই ॥
ভীষ্মৰ ধনুক কাটিবাক মন কৰি।
অৰ্দ্ধচন্দ্ৰ বাণ প্ৰহাৰিলা ঠাত কৰি ॥ ২২৫৮৩
ধনুত পৰিয়া শৰ উফৰিয়া গৈলা।
মহাকোপে ভীষ্ম তাক গৰ্জ্জিবাক লৈলা ॥
ডাক দিয়া বোলন্ত আমাৰ দোষ নাই।
আপুনাৰ দোষে মৰে বিৰাটৰ ভাই ॥ ২২৫৮৪
এহি বুলি তুলি লৈলা সৰ্পমুখ শৰ।
পাণ্ডৱী দলত হাহাকাৰ নিৰন্তৰ ॥
অৰ্জ্জুনৰ ভীমৰ বিৰাট বিদ্যমানে।
ভীষ্ম শতানীকক কাটিলা এক বাণে ॥ ২২৫৮৫
ৰথ হন্তে ঢলিয়া পৰিলা ঘোৰ ৰণে।
দেখি বিৰাটৰ শোকে নৰহে পৰাণে ॥
হৰি হৰি প্ৰাণভাই কোথা গৈল মৰি।
শতানীক বুলিয়া পাৰয় ধাউগেৰি ॥ ২২৫৮৬
সুশৰ্ম্মাৰ যুদ্ধৰ দুখৰ সইতৰি।
এৰে কৈক গৈলা মোক একেশ্বৰ কৰি ॥
সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ।
যেৰে শতানীক মৰি গৈলা যমঘৰ ॥ ২২৫৮৭
দেখি কিটাইলেক খঙ্গে ইন্দ্ৰৰ নন্দনে।
ভীষ্মৰ ধনুক কাটিলেক এক বাণে ॥
ধনুক কাটিলা অৰ্জ্জুনৰ এক বাণে।
ক্ৰোধে যেন মূৰ্চ্ছা যান্ত গঙ্গাৰ নন্দনে ॥ ২২৫৮৮
এহিমতে ধনুক লৱয় যত যত।
কৰে হানি হানি ধনু কাটন্ত সমস্ত ॥
জয় জয় বুলি সবে পাণ্ডু বীৰগণে।
হৰিণ ষণ্ডক যেন জাকৰিয়া বাণে ॥ ২২৫৮৯
ক্ৰোধমনে ধনঞ্জয় প্ৰহাৰন্ত ভল্ল।
ভীষ্মৰ গাৰত পৰি গোটে যাই তল ॥
মহাচোটে ভীষ্ম আতি কোপ অপমানে।
পাণ্ডৱক চাহিয়া মাতয় ঘনে ঘনে ॥ ২২৫৯০
আজি মই সবে পাণ্ডৱক কৰো উলি।
এহি বুলি বায়ুবেগে ধনু লৈলা তুলি ॥
ধনু ধৰি বীৰে শৰজাক প্ৰহাৰিলা।
দেখি সব পাণ্ডৱৰ চমক লাগিলা ॥ ২২৫৯১
প্ৰচণ্ড বতাসে যেন শুকান পত্ৰক।
শৰে হানি প্ৰহাৰিলা সবে পাণ্ডৱক ॥
পাণ্ডৱী দলত প্ৰহাৰিলা কোপ কৰি।
যেন যমে ধাৰ দিলা কৰে দণ্ড ধৰি ॥ ২২৫৯২
পাণ্ডৱী দলত আসি ভৈলা মহাভয়
দশোদিশে বোলে মোক ৰাখা ধনঞ্জয় ॥
ত্ৰিভুৱনে খ্যাতিৱন্ত মাধৱৰ সখি।
সম্যকে ভীষ্ময়ে মাৰে কিসক নৰাখি ॥ ২২৫৯৩
এৰে কেনে আমাক এৰিয়া ৰণমাজে।
প্ৰাণ ৰাখি আছা হাসিবেক সামৰাজে ॥

জানা যদি এৰি পলাইবাহা ৰণমাজে।
তেবে আগে যুদ্ধক আসিলা কোন লাজে ॥ ’৯৪
তোৰ কথা শুনি হাসিবেক নাৰীগণে।
এহিমতে কৌৰবক যুজিবে অৰ্জ্জুনে ॥
কৈক গৈল পাপী সহদেৱ দুৰাচাৰ।
তোহোৰেসে কাৰণে সৈন্যৰ বুন্দামাৰ ॥ ২২৫৯৫
কৈক গৈলি অৰে পাপী ভীম দুৰাচাৰ।
বিফল ভোজন তোৰ পৰ্ব্বত আকাৰ ॥
বৃকোদৰ নাম তোৰ ভৈলা কি কাৰণে।
বৃথা তোৰ গদাক প্ৰশংসে অকাৰণে ॥ ২২৫৯৬
সিয়ো অকাৰণে বহে গৰ্দ্দভৰ ভাৰ।
কি কাৰণে আমাক নকৰা প্ৰতিকাৰ ॥
কোথা গৈলি পামৰ পাপিষ্ঠ যুধিষ্ঠিৰ।
অকাৰণে ধৰ্ম্মিষ্ঠ বোলাস মহাবীৰ ॥ ২২৫৯৭
ভীষ্মৰ হাতত প্ৰজাগণক মৰাই।
পাচে কোন স্বৰ্গক সাধিবা মহাশয় ॥
এহিমতে দশোদিশে সৈন্যৰ আন্দোল।
ভীষ্মৰ শৰত যেন বাতুলৰ বোল ॥ ২২৫৯৮
হেন দেখি ধনঞ্জয় নসহিল তাক।
নাকে মুখে ভীষ্মৰ হানিলা শৰজাক ॥
ভীষ্ম অৰ্জ্জুনক প্ৰহাৰন্ত নিজবলে।
দুইৰো শৰে ঢাকিলেক গগনমণ্ডলে ॥ ২২৫৯৯
দুয়ো দুইহান্তক বলে যুজিবাক মনে।
শৰচয় মাৰন্ত কাটন্ত ঘনে ঘনে ॥
দুইহানো শৰীৰে ফুটি দুইৰো শৰচয়।
ফুটিল পলাস যেন দেখি সেহি নয় ॥ ২২৬০০
ভীষ্ম অৰ্জ্জুনৰ দুইহান্তৰ ঘোৰ ৰণ।
আকাশ ঢাকিয়া যুদ্ধ চাৱে দেৱগণ ॥
যুদ্ধ এৰি কৌৰৱী পাণ্ডৱী বীৰগণে।
ভীষ্ম অৰ্জ্জুনৰ যুদ্ধ চাহন্ত সঘনে ॥ ২২৬০১
সেহিবেলা অৰ্জ্জুনৰ বাণ-ধ্বজগোট।
ভীষ্মৰ মুখক চাই তেজন্ত অস্ফোট ॥
লাঙ্গগোট তুলি ঘোৰ তেজন্ত আটাস।
স্বৰ্গ মৰ্ত্ত্য পাতালৰ লাগিল তৰাস ॥ ২২৬০২
আটাসন্তে ভীষ্মৰ কাণত দিলা তাল।
ধনঞ্জয় ছিদ্ৰক লভিলা তত কাল ॥
বাসৱে দিলন্ত যাক আতি দায়ান্তৰে।
নিবাত কৱচ মাৰিলন্ত একে শৰে ॥ ২২৬০৩
সেহি শৰ অৰ্জ্জুনৰ পৰিল মনত।
মন্ত্ৰ পঢ়ি ধনঞ্জয় যুৰিলা গুণত ॥
কৰ্ণমানে টানি মাৰিলন্ত ধনঞ্জয়।
বিদ্যুত সঞ্চাৰে যেন আকাশে চলয় ॥ ২২৬০৪
বাসৱৰ বজ্ৰে যেন ভেদিলা পৰ্ব্বত।
ফুৰি ফুৰি ভীষ্ম ঢলি পৰিলা ৰথত ॥
ভূমিকম্প যান্তে যেন পৰ্ব্বত কাম্পয়।
মূৰ্চ্ছা যাই থাকিলন্ত দেখি তমোময় ॥ ২২৬০৫
ক্ষেণেকে চেতন পাইলা গঙ্গাৰ কুমাৰ।
মাধৱে বোলন্ত কিনো বীৰ বলীয়াৰ ॥
অৰ্জ্জুনৰ কোপে ক্ৰোধে নসহে শৰীৰ।
শৰ এক তূণ হন্তে লৈলা মহাবীৰ ॥ ২২৬০৬
যাক মহা গঙ্গাদেৱী দিলা দয়া কৰি।
যিটো শৰে পৰশুৰাম পলাইলন্ত হাৰি ॥
সেহি শৰ যুৰি প্ৰহাৰিলা মহাবলী।
অৰ্জ্জুনৰ হিয়াত পশিলা হলহলি ॥ ২২৬০৭
শৰ চোটে বিকল ভৈলন্ত ধনঞ্জয়।
ৰথত পৰিলা ঢলি মৃতক আশ্ৰয় ॥
নাসিকাত বায়ু নাহি গমনাগমন।
প্ৰাণসখি বুলি ধৰিলন্ত নাৰায়ণ ॥ ২২৬০৮
অৰ্জ্জুনৰ অৱস্থা দেখিয়া বৃকোদৰ।
ক্ৰোধে কম্পমান নসহয় কলেৱৰ ॥
ৰঙ্গা দুই চক্ষুক ফুৰায়ে ঘনে ঘন।
ভীষ্মক তাড়িলা ঘোৰ একশত বাণ ॥ ২২৬০৯
শৰ পায়া কুপিলন্ত গঙ্গাৰ নন্দন।
অগনিত ঘৃত সেই পটন্তৰ যেন ॥
ক্ৰোধে দুই চক্ষু ৰঙ্গা ভৈলা যেন ওৰ।
শৰে হানি কাটিলা ভীমৰ চাৰি ঘোৰ ॥ ২২৬১০
ঘোৰ এক শৰে ছেদিলন্ত ৰথখান।
ভীমৰ শৰীৰে শৰ কৰিলা সন্ধান ॥

ক্ৰোধে আৰকত বৰ্ণ দুহানো নয়ন।
ভীমৰ হিয়াত প্ৰহাৰিল শক্তি বাণ ॥ ২২৬১১
ধনুখান কাটিলন্ত অৰ্দ্ধচন্দ্ৰ শৰে।
গদা ধৰি ধাইলা পাচে বীৰ বৃকোদৰে ॥
গদাগোট ধৰিয়া অনেক দূৰ তুলি।
ভীষ্মৰ হিয়াত কোব দিলা হুঁহ বুলি ॥ ২২৬১২
ভীমৰ গদাৰ কোব বজ্ৰ বাসৱৰ।
তিৰি মিৰি দেখিলেক গঙ্গাৰ কুমাৰ ॥
হাচুতি ঘামিলা বীৰে দেখি তমোময়।
শৰে হানি গদাক কাটিলা মহাশয় ॥ ২২৬১৩
দেখি বৃকোদৰে তুলি লৈলা তৰু শাল।
অন্তকালে যেন প্ৰকম্পিত যমকাল ॥
কৌৰৱ দলত হাহাকাৰ বোল শুনি।
বৃক্ষক কাটিলা ভীষ্ম দশ শৰ হানি ॥ ২২৬১৪
তেৱে আন অস্ত্ৰক নপাই বৃকোদৰ।
লৰৰিয়া ধৰিলেক প্ৰমত্ত কুঞ্জৰ ॥
দুয়ো হাতে ধৰি শৰীৰৰ বলমানে।
ভীষ্মৰ হিয়াত তাড়িলেক বৰ টানে ॥ ২২৬১৫
ওপৰত হস্তীগোট চেঞ্চাৰন্তে যায়।
দেখি কুৰুসৈন্য মানে বিভঙ্গে পলায় ॥
ভীষ্ম কাটিলেক তাক একশত শৰে।
দেখি কোপে কম্পমান ভৈলা কলেৱৰে ॥ '১৬
ভীষ্মৰ হাতত হস্তী পৰিলা সমূলি।
দেখি বৃকোদৰে আউৰ হস্তী লৈলা তুলি ॥
পৰ্ব্বত সমান হস্তী হিয়াত পৰিলা।
কুৰুসৈন্য মাজে ঘোৰ চমক লাগিলা ॥ ২২৬১৭
তথাপি ভীষ্ময়ে ভেৰ দিলা ৰথ হস্তে।
চূৰ্ণাকৃত ভৈলা ৰথ সাৰথি সহিতে ॥
আজু-নাতিয়েকৰ যুদ্ধ চাৰে নিৰন্তৰ।
ভীমক প্ৰশংসা কৰে গঙ্গাৰ কুমাৰ ॥ ২২৬১৮
সাধু সাধু বৃকোদৰ বৰ যশ পাইলি।
সম্মুখ সমৰে জান্তো আমাক ভঙ্গাইলি ॥
ত্ৰিভুৱন বিজয় সাক্ষল মোৰ নাতি।
যাৰ যশে ভঙ্গ মোৰ ৰহিল খিয়াতি ॥ ২২৬১৯

এহি বুলি ভীষ্ম পাচে শৰীৰৰ বলে।
শক্তিগোটা তুলি লৈলা অগ্নিসম জ্বলে ॥
দুয়ো হাতে প্ৰহাৰিলা মহাকোপ কৰি।
মূৰ্চ্ছা যায় ভীমসেন পৰিলন্ত ঢলি ॥ ২২৬২০
হেন দেখি শিখণ্ডী গৈলেক আগুৱাই।
ভীষ্মক প্ৰহাৰে শৰ দুনাই দুনাই ॥
শিখণ্ডীক আগে দেখি কৌৰৱৰ নাথ।
বৈদ্য দেখি সৰ্পে যেন চপৰাইলা মাথ ॥ ২২৬২১
ছানি শৰ প্ৰহাৰন্ত মৰ্ম্মথান চাই।
হেন দেখি গঙ্গাসুতে ক্ৰোধে মূৰ্চ্ছা যায় ॥
ক্ৰোধে কিবা কৰিলন্ত শ্ৰুতিয়ো নপান্ত।
দুয়ো ওঠ চেলেকন্ত কামোৰন্ত দান্ত ॥ ২২৬২২
কতো বেলি গঙ্গাসুতে মনত সুমৰি।
দুয়ো হাতে দুৰ্ব্বাৰ শকতি লৈলা ধৰি ॥
সাক্ষাতে দেখিয়ো শক্তি যেন যমদণ্ড।
প্ৰহাৰিলে পৰ্ব্বতক কৰে খণ্ড খণ্ড ॥ ২২৬২৩
বল দিয়া প্ৰহাৰন্ত অৰ্জ্জুনক লাগি।
আকাশৰ দেৱগণ পলাইলেক ভাগি ॥
অৰ্জ্জুনে কাটিলা তাক পঞ্চগোটা বাণে।
ভীষ্মৰ শকতি কৰিলন্ত খানে খানে ॥ ২২৬২৪
শকতি পৰিলা দেখি গঙ্গাৰ কুমাৰ।
অৰ্জ্জুনক প্ৰতি কোপে গৰ্জ্জিলা আপাৰ ॥
মোৰ আগে কোন বস্তু যতেক পাণ্ডৱ।
জিনিবাক পাৰো সুৰাসুৰ যে বাসৱ ॥ ২২৬২৫
অপাণ্ডৱা বসুমতী কৰিবাক পাৰো।
কিন্তু এক কাৰণ ইহাতে বুদ্ধি হাৰো ॥
জগতৰ কাৰণ দেৱৰো দেৱ হৰি।
অৰ্জ্জুনক ৰাখন্ত প্ৰাণতো অধিক কৰি ॥ ২২৬২৬
বিশেষত অৱধ্য পাণ্ডুৰ পুত্ৰচয়।
নাৰীগোট আগ কৰি আমাক যুজয় ॥
সিকাৰণে পাণ্ডৱক বধন নযায়।
আপুনি মাধৱ ভৈলা যাহাৰ সহায় ॥ ২২৬২৭
এহি বুলি মৌন ভৈলা গঙ্গাৰ নন্দন।
সেহি বেলা মাতিলন্ত অষ্ট বসুগণ ॥

বসুগণে বোলে ভীষ্ম শুনিয়ো বচন।
আমাৰ লগৰ তুমি বসু এক জন ॥ ২২৬২৮
আমাত অধিক তুমি শ্ৰেষ্ঠ মহাভাগ।
তুমি পুনু ব্ৰহ্মাক হাততে পাইলা লাগ ॥
হেৰ ভীষ্ম বাপ যোগবলে দেখিয়োক।
দেব হুই বাঞ্ছা কৰা মনুষ্য হুইবাক ॥ ২২৬২৯
এহি বুলি মৌন ভৈলা অষ্ট বসুগণ।
কথা শুনি ভীষ্মৰ কৌতুক ভৈলা মন ॥
আকাশী বচন বুলিলেক যতমানে।
ভীষ্ম ব্যতিৰেকে তাক নুশুনয় আনে ॥ ২২৬৩০
সঞ্জয় বদʼতি শুনিয়োক নৰেশ্বৰ।
সমৰত ভাগৰিলা গঙ্গাৰ কুমাৰ ॥
সমদলে পাণ্ডৱ যুজন্ত চপকৰে।
তথাপিতো ভীষ্ম তাক কটাক্ষ নকৰে ॥ ২২৬৩১
কিন্তু অৰ্জ্জুনৰ শৰে অস্থি মৰ্ম্ম দহে।
পৰ্ব্বত বিদাৰি যেন গেৰুধাৰা বহে ॥
সেহি চোট গঙ্গাসুতে নসহয় প্ৰাণ।
ক্ৰোধ মনে অৰ্জ্জুনক চাহে ঘনে ঘন ॥ ২২৬৩২
অৰ্জ্জুনে হানন্ত শৰে আকাশক যায়।
দশোদিশে ছানি যেন ফৰিঙ্গা উৰায় ॥
সেহিমতে অৰ্জ্জুনৰ ছানি যায় শৰ।
সশৰীৰে ভীষ্মৰ ঢাকিলা নিৰন্তৰ ॥ ২২৬৩৩
মৃণালৰ জল যেন ভৈলেক শৰীৰ।
অৰ্জ্জুনৰ পৰে হাত পাৱ নাহি থিৰ ॥
তথাপিতো ধনঞ্জয় প্ৰহাৰন্ত শৰ।
শ্ৰাৱণৰ মেঘে যেন বৃষ্টি নিৰন্তৰ ॥ ২২৬৩৪
ৰথ ৰক্ষা কৰি আছে দুঃশাসন বীৰে।
ভীষ্ম তাক সম্বোধি মাতয় ধীৰে ধীৰে ॥
অৰ্জ্জুনৰ শৰবিষে আপুন অৱস্থা।
দুঃশাসন বীৰত কহন্ত ভীষ্ম কথা ॥ ২২৬৩৫
দেখ বাপু দুঃশাসন আপুন শৰীৰ।
অৰ্জ্জুনৰ শৰে হাত পাৱ নুহি থিৰ ॥
নসহে শৰীৰ পীড়া কৰে থানে থানে।
মোক ভঙ্গাইলেক বাপু অৰ্জ্জুনৰ বাণে ॥ ২২৬৩৬
ৰথৰ আগত বাপু দেখা মাধৱক।
মোক প্ৰতি কোপ জ্বলাৱয় অৰ্জ্জুনক ॥
কৃষ্ণৰ বচনে মোক প্ৰহাৰিলা শৰ।
শিখণ্ডী সহিতে ধনঞ্জয় বীৰবৰ ॥ ২২৬৩৭
উভকোল কৰিলেক সহিতে নপাৰি।
কাঙ্কৰীৰ পুত্ৰে যেন হৃদয় বিদাৰি ॥
দেখ বাপু শৰচয় আসে পান্তি পান্তি।
পৰি সৰোবৰে যেন হংস কৰে কান্তি ॥ ২২৬৩৮
জাকে জাকে পৰিয়া ৰুধিৰ কৰে পান।
শিখণ্ডীৰ নুই বাপু অৰ্জ্জুনৰ বাণ ॥
পৰ্ব্বতক যেনমতে ইন্দ্ৰ দেৱৰাজে।
হৃদয় বিদাৰি পিঠিভাগে হৰে বাজে ॥ ২২৬৩৯
ছুইলে প্ৰাণ হৰে যেন বিষ তক্ষকৰ।
দৃঢ়তৰ কৱচ ভেদিলা শৰীৰৰ ॥
শৰবিষে ভৈলো মই মৃতক সমান।
শিখণ্ডীৰ নুহি ইটো অৰ্জ্জুনৰ বাণ ॥ ২২৬৪০
আৰো দেখা সৰ্পৰ সদৃশ শৰচয়।
মোক প্ৰতি আকাশত ফোকাৰ কৰয় ॥
হৃদয়ত পীড়ে যেন সন্নিপাত জ্বৰে।
অন্তকালে দেখি যেন কোনো মনুষ্যৰে ॥ ২২৬৪১
সেহিমতে পীড়ে বাপু মোহোৰ পৰাণ।
শিখণ্ডীৰ নুহি ইটো অৰ্জ্জুনৰ বাণ ॥
আৰো দেখা সৰ্পৰ সদৃশ শৰচয়।
জাকেজাকে আসি মোৰ শৰীৰে পৰয় ॥ ২২৬৪২
মোহোৰ চালক নিবিন্ধয় শৰীৰৰ।
তথাপিতো ধনঞ্জয় প্ৰহাৰন্ত শৰ ॥
তেবে খড়্গ চৰ্ম্ম লৈলা গঙ্গাৰ কুমাৰ।
মত্ত হস্তী কাটিলন্ত দুতয় হাজাৰ ॥ ২২৬৪৩
বত্ৰিশ হাজাৰ ৰথী ৰথ সমে ছেদি।
মহাক্ৰোধ মনে অৰ্জ্জুনক গৈলা খেদি ॥
সন্ধানে হানিলা ধনঞ্জয় দশ শৰ।
খড়্গ চৰ্ম্ম কাটিলন্ত ভীষ্মৰ হাতৰ ॥ ২২৬৪৪
অৰ্থহীন প্ৰাণী যেন বুদ্ধি ভৈল খাটি।
নিবৰ্ত্তিলা ৰথ মাজে বসিলা পালটি ॥

সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ।
মহাকোপে ভীষ্ম যেন ৰুদ্ৰৰূপে হৰ ॥ ২২৬৪৫
ক্ৰূৰ ক্ষেত্ৰি জাতি আতি দাৰুণ স্বভাৱ।
আৰো অৰ্জ্জুনৰ শৰে ভৈলা পৰাভৱ ॥
কংসাল সৰ্পক যেন লেঞ্জে দিলা লাঠি।
মহাকোপে ঘনে ঘনে ফোকাৰন্ত আতি ॥ ২২৬৪৬
ক্ৰোধে তাম্ৰবৰ্ণ মুখ নসহে সন্ধানে।
চিন্তিলন্ত অৰ্জ্জুনৰ বধৰ কাৰণে ॥
এহিমতে শৰচয় কৰন্ত মনত।
শৰপাট যোৰন্তে কাম্পিল ত্ৰিজগত ॥ ২২৬৪৭
সিটো শৰ পূৰ্ব্বত স্ৰজিলা নাৰায়ণ।
আপুনাৰ তেজবল দৈত্যৰ নিদান ॥
যাহাক দেখিলে দৈত্যগণ পলাই ভাগি।
অসুৰত ভয়ে ইন্দ্ৰে আনিলন্ত মাগি ॥ ২২৬৪৮
দেখিয়া অসুৰগণ গৈলন্ত পাতাল।
মহাসুখে ইন্দ্ৰে স্বৰ্গ ভুঞ্জিলা সিকাল ॥
যি কালত ৰামচন্দ্ৰ ৰাৱণ বধিলা।
মাতুলিত কৰি ইন্দ্ৰ সেহি অস্ত্ৰ দিলা ॥ ২২৬৪৯
যি কালত সীতাদেৱী পাতালক গৈলা।
অস্ত্ৰ এৰি ৰামচন্দ্ৰ ব্ৰহ্মচৰ্য্য ভৈলা ॥
ৰামে তেজিলন্ত যে গঙ্গাত কৰি স্নান।
যাইবে খোজে শৰপাট মাধৱৰ থান ॥ ২২৬৫০
শৰ মধ্যে শ্ৰেষ্ঠ খ্যাতিমন্ত আতি ভাল।
পূজা কৰি গঙ্গা ৰাখিলন্ত কতোকাল ॥
পাচে কলিযুগে গঙ্গা মনুষ্য ভৈলন্ত।
আপুনাৰ প্ৰিয়পুত্ৰ ভীষ্মক দিলন্ত ॥ ২২৬৫১
অৰ্জ্জুনৰ বধহেতু চিন্তি পাইলা মনে।
সেহি শৰ ভীষ্ম যুৰিলন্ত ধনুগুৰ্ণে ॥
গৰুড়ৰ পক্ষী ছায়া আছে কৰি দৃঢ়।
অন্তকৰ অন্তক যমৰ যম দৃঢ় ॥ ২২৬৫২
যাক দেখি হোৱে আদিত্যৰ কান্তি দূৰ।
পলায় দেৱতাগণ বহুত অসুৰ ॥
কুৰু পাণ্ডৱৰ সবে চমক লাগিলা।
চক্ষু টিপি সৈন্যসবে ভূমিতে পৰিলা ॥ ২২৬৫৩

শৰ যুৰি গঙ্গাসুতে বুলিলন্ত বাক।
শুন অৰে ধনঞ্জয় ৰাখা আপুনাক ॥
তোৰ সখি মাধৱক দেখা নেত্ৰ ভৰি।
যুধিষ্ঠিৰ ভীমক দেখিয়ো ভাল কৰি ॥ ২২৬৫৪
এহি বুলি আপেক্ষি আছয় শৰ যুৰি।
দেখি যুধিষ্ঠিৰ ৰাজা ধাতু গৈলা উৰি ॥
অৰ্জ্জুনৰ সঙ্কট দেখিয়া বিদ্যমান।
মহাশোকে নৃপতিৰ নৰহয় প্ৰাণ ॥ ২২৬৫৫
কৃষ্ণক সম্বোধি বোলে ধৰ্ম্মৰ তনয়।
ৰাখা ৰাখা প্ৰভু মোক সঙ্কট সময় ॥
ধনঞ্জয় বিনে মোৰ জীৱন নযায়।
প্ৰাণত অধিক মোৰ ধনঞ্জয় ভাই ॥ ২২৬৫৬
আজি যেৱে অৰ্জ্জুন পৰয় সমৰত।
কি কথা কহিবো গৈয়া কুন্তী যে মাৱত ॥
বাট চাহি থাকিবন্ত গধূলিকা হন্তে।
দ্ৰৌপদীত ইটো কথা কহিবো কিমতে ॥ ২২৬৫৭
যদিহে নিজীয়ে ধনঞ্জয় মহাবীৰ।
তেৱে কৃষ্ণ দিবো মই আপুন শৰীৰ ॥
যদি মোৰ ভক্তি আছে তযু চৰণত।
তেৱে ধনঞ্জয় ৰৌক ভীষ্মৰ শৰত ॥ ২২৬৫৮
যদি ইটো সমৰে পৰয় ধনঞ্জয়।
সত্যে সত্যে তিলেক নিজীবো েৱে মই ॥
এত হন্তে ভীষ্ম শৰ কৰিলা প্ৰহাৰ।
সকল জগতখান ভৈল তোলপাৰ ॥ ২২৬৫৯
মাধৱে বোলন্ত সাৱধান হোৱা সখি।
শৰপাট আসে দেখা থানিকো নাপেক্ষি ॥
অৰ্জ্জুনৰ ভয় পাচে দেখি জগন্নাথে।
ৰথৰ আগতে থিয় ভৈলা আথেবেথে ॥ ২২৬৬০
অৰ্জ্জুনক প্ৰতি শৰ আসে গুৰুতৰ।
বক্ষস্থল পাতি ধৰিলন্ত দামোদৰ ॥
হৃদয়ত পৰি হেমহাৰ ভৈলা গলে।
দেৱ দীপ্যমান তনু সূৰ্য্য সম জ্বলে ॥ ২২৬৬১
দেখি যুধিষ্ঠিৰ আনন্দৰ সীমা নাই।
অৰ্জ্জুনক সম্বোধি মাতন্ত যদুৰায় ॥

মোৰ বোলে সখি তুমি গুৰুতৰ শৰে।
দায়া এৰি ভীষ্মক বধিয়ো দৃঢ়তৰে ॥ ২২৬৬২
তোমাৰ দায়ায়ে সৰ্ব্বকাৰ্য্যৰ বিনাশ।
আৰো খানিতেকে মৰি যায়ো যমপাশ ॥
হেন শুনি অৰ্জ্জুনৰ ক্ৰোধ গুৰুতৰ।
অযুতে অযুতে বৰষিবে লৈলা শৰ ॥ ২২৬৬৩
সেহি শৰে গঙ্গাসুত লালকাল ভৈলা।
তথাপিতো ভীষ্ম উঠি ঘোৰ শৰ লৈলা ॥
দেখিয়া পাণ্ডৱে শৰ মাৰন্ত আপাৰ।
কোটি কোটি লক্ষ লক্ষ হাজাৰে হাজাৰ ॥২২৬৬৪
কুশ গাছ দিবাৰে গাৱত সন্ধি নাই।
শৰীৰ ঢাকিয়া গাৰ তেজ বহি যায় ॥
হাত পাৱ উদৰ ঢাকিয়া নিৰন্তৰে।
কেৱলে শিৰত মাত্ৰ নাহিকয় শৰে ॥ ২২৬৬৫
আউৰ বদনে আছে দুইগোটা আখি।
সকল শৰীৰে যেন চটকৰ পাখি ॥
তথাপিতো ধনঞ্জয় বৰিষন্ত শৰ।
বিহ্বল ভৈলন্ত পাচে গঙ্গাৰ কুমাৰ ॥ ২২৬৬৬
নাহিকে চেতন নলাৰয় ভৰি হাত।
হুলস্থূল আন্দোল মিলিল সিবেলাত ॥
শৰবিষে অচেতন কণ্ঠাগত প্ৰাণ।
হাতহন্তে হুসকি পৰিল ধনুখান ॥ ২২৬৬৭
বজ্ৰৰ প্ৰহাৰে যেন ঢলিলা পৰ্ব্বত।
হাহাকাৰ শবদ মিলিল সিবেলাত ॥
মেৰু গিৰি টলে যেন পৰ্ব্বতৰ বাৰে।
ইন্দ্ৰযাঠী যেহেন পৰিল সেহি ঠাৱে ॥ ২২৬৬৮
সেহিমতে ভীষ্ম পৰিলন্ত পূব শিৰে।
আলাগতে ৰাখিলন্ত শৰীৰক শৰে ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
ভীষ্ম পৰিবাৰ কথা কহিল সঞ্জয় ॥ ২২৬৬৯
শুনি ধৃতৰাষ্ট্ৰ অগ্নিসম জ্বলি গৈলা।
সঞ্জয়ক মহাকোপে গৰ্জ্জিবাক লৈলা ॥
শুনৰে সঞ্জয় দুষ্ট পাপিষ্ঠ অসতি।
কি কাৰণে ভীষ্মক শপস মন্দমতি ॥ ২২৬৭০
খানিতেক দেখো ভয় নকৰস মোক।
আজিনো গঙ্গাৰ সুতে কি কৰিলে তোক ॥
বাঞ্চিলেসে মিলে যাৰ স্বচ্ছন্দ মৰণ।
যাত পৰশুৰামে হাৰিলেক ঘোৰ ৰণ ॥ ২২৬৭১
তাক কি পাণ্ডৱে ৰণে বধিবাক পাৰে।
ছৱালক ভাণ্ডে যেন অধম পামৰে ॥
এতেকে পামৰ তই মিছা কথা এৰি।
কি কৰিলে ভীষ্ম তাক কহ ভাণ্ট কৰি ॥ '৭২
সঞ্জয় বদতি কথা কহো স্বৰূপত।
সত্যে সত্যে তয় পিতা পৰিল ৰণত ॥
বিশ্বাস নকৰা যদি আমাৰ বচন।
কৰ্ণপাতি শুনা তেৱে সৈন্যৰ ক্ৰন্দন ॥ ২২৬৭৩
তব পুত্ৰ দুৰ্য্যোধন বিকল ভৈলন্তি।
তাহাৰ ক্ৰন্দন শুনিয়োক কৰ্ণপাতি ॥
দ্ৰোণেয়ো কান্দন্ত গুণ বৰ্ণাই বৰ্ণাই।
একেলগে কান্দয় পাণ্ডুৰ পাঞ্চ ভাই ॥ ২২৬৭৪
যুদ্ধ এৰি কৌৰৱী পাণ্ডৱী বীৰগণে।
ক্ৰন্দনৰ আৰাৱক শুনিয়ো শ্ৰৱণে ॥
ধৃতৰাষ্ট্ৰ ৰাজাৰ মনত দুখ আতি।
ক্ৰন্দনৰ আৰাৱ শুনিলা কৰ্ণপাতি ॥ ২২৬৭৫
পৰম অপ্ৰিয় শুনি যেন ভৈল হত।
মূৰ্চ্ছা যাই নৃপতি পৰিলা আসনত ॥
কতো বেলি নৃপবৰে লভিলা চেতন।
পিতৃ পিতৃ বুলি শোকে কৰন্ত ক্ৰন্দন ॥ ২২৬৭৬
মহাশোকে গুণ তান সুমৰি সুমৰি।
বৃদ্ধ বয়সত মোক অনাথিতি কৰি ॥
সুবৰ্ণৰ হংস তুলী খাটত শয়ন।
চন্দ্ৰতাপ ধৱল চামৰ বিতোপন ॥ ২২৬৭৭
সিহেন শৰীৰ ভৈলা শৰৰ পাঞ্জৰি।
কিনো কৰি বিধাতা সৃজিলে হৰি হৰি ॥
কোথা গৈল পাপী অৰ্জ্জুনক ধৰি আন।
মাথাগোট কাটিয়া পঠাওঁ যমথান ॥ ২২৬৭৮
কুলবৃদ্ধ মহন্ত পৰম পুণ্য কায়া।
পাপী অৰ্জ্জুনৰ কিঞ্চিত্তেকো নাহি দায়া ॥

এতেকেসে মাথা তান কাটো খাণ্ডা হানি।
কোথা গৈলা অৰ্জ্জুন দিয়োক মোক আনি ॥'৭৯
আজিসে আমাৰ ভৈল নিষ্ফল জীৱন।
কাত আশা কৰিবেক পুত্ৰ দুৰ্য্যোধন ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
শোকতে আকুল দুৰ্য্যোধন মহাশয় ॥ ২২৬৮০
অচেতনে আছে ৰাজা পৃথিৱীত পৰি।
হৃদয়ত শিলা হানি বাগৰি বাগৰি ॥
কতো বেলি শৰীৰত আসি ভৈল জ্ঞান।
ভীষ্মৰ যে অৱস্থা দেখিয়া বিদ্যমান ॥ ২২৬৮১
চিত হুয়া পৰিয়াছে শৰৰ উপৰে।
চক্ষু হন্তে লোতক বহয় ধাৰাসাৰে ॥
অৰ্জ্জুনৰ শৰে সশৰীৰে কৰে চোট।
শৰ নাই ওলমি আছয় শিৰ গোট ॥ ২২৬৮২
দুনাই জ্বলিলা শোক নধৰয় প্ৰাণ।
ভীষ্মৰ অৱস্থা দেখি ৰাজা দুৰ্য্যোধন ॥
যি শৰীৰে সুগন্ধ চন্দন প্ৰতিনিত।
মহা যত্ন কৰি মই কৰো সালঙ্কৃত ॥ ২২৬৮৩
বিনা অলঙ্কাৰে যাৰ শৰীৰ সুৰাৰে।
যি শৰীৰে কিছু নেদেখিয় সৰ্ব্বগাৰে ॥
তাক দেখি কি কাৰণে ৰহে মোৰ প্ৰাণ।
বজ্ৰসম হৃদয় নভৈল সাতখান ॥ ২২৬৮৪
জ্ঞানবৃদ্ধ বয়োবৃদ্ধ উদাৰ চৰিত্ৰ।
সবাতে অধিক মহন্তেসে যাৰ মিত্ৰ ॥
পুত্ৰৱতে আমাক কৰন্ত প্ৰতিপাল।
যাৰ স্নেহে নিৰ্ভয়ে বাঢ়িলো এতকাল ॥ ২২৬৮৫
আজিসে চেৰিয়া ভৈলো অনাথ পৰায়।
কৈক এৰি যাস মোক ভীষ্ম আজোকাই ॥
তুমি বিনে মোৰ হেবা নৰহয় প্ৰাণ।
ঝাণ্ট কৰি আমাক দিয়োক প্ৰাণদান ॥ ২২৬৮৬
যাৰ বাহুবলে পৃথিৱীৰ ৰাজাচয়।
কৌৰৱৰ নাম শুনি শৰীৰ কাম্পয় ॥
সৰ্ব্বগুণে গুণাকৰ পৰম সুমতি।
একে খানি দোষে হেন লভিলা বিপত্তি ॥'৮৭
আমি হিত আমাৰ বচন পৰিহৰি।
কপটীয়া কৃষ্ণক সততে ভক্তি কৰি ॥
শয়নে ভোজনে চিন্তি থাকা সৰ্ব্বকাল।
সি কি কৃষ্ণে অৰ্জ্জুনে তোমাক দেখে ভাল ॥'৮৮
মৃতক সমান ভৈলা আছে প্ৰাণখানে।
তথাপি কৃষ্ণৰ নাম লোৱা ৰাত্ৰিদিনে ॥
যাক গহে ত্ৰিদশক তৃণ সম দেখি।
ভীষ্ম ধনঞ্জয় দুইকো আগত নেলেখি ॥ ২২৬৮৯
সিটো গৰ্ব্ব বিধি য়োক কৰিলেক ঠাই।
হৰি হৰি বিধি কিনো কৰিলা বিলাই ॥
শত ভাই সমে ৰাজা ধৰণী লোটাই।
কান্দন্ত ভীষ্মৰ গুণগণক বৰ্ণাই ॥ ২২৬৯০
সবাতো অধিক শোক কৰে দুৰ্য্যোধন।
খনো পৃথিৱীত্তে পৰি হোৱে অচেতন ॥
খনো খনো চেতন লভিয়া দুৰাচাৰ।
মনুষ্য নিচিনে যেন বাতুল আকাৰ ॥ ২২৬৯১
পতিব্ৰতা নাৰী যেন স্বামীৰ শোকত।
মহাশোকে বিলাপ কৰন্ত যত যত ॥
সেহিমত আতি শোকে দুৰ্য্যোধন ৰায়।
কৰন্ত বিলাপ গুণ বৰ্ণাই বৰ্ণাই ॥ ২২৬৯২
শোকানলে দুৰ্য্যোধন ৰাজাৰ বিপত্তি।
ৰঙ্গ ভৈলা শিখণ্ডীয়ো সাত্যকি সহিতি ॥
দুৰ্য্যোধন বিপত্তি দেখিয়া ৰঙ্গমন।
কৌৰৱক কদৰ্থিয়া বুলিলা বচন ॥ ২২৬৯৩
শুন অৰে দুৰ্য্যোধন কৌৰৱ অধম।
এবে কি কাৰণে শোক কৰাহা বিষম ॥
কি কাৰণে দ্ৰৌপদীৰ ধৰিলা চুলত।
ধৰ্ম্মপথ এৰিলাহা ৰাজ সমাজত ॥ ২২৬৯৪
সেহি দিন হন্তে দ্ৰৌপদীৰ কোপ মন।
আয়ু যশ শ্ৰী মানে সবে ভৈলা ছন্ন ॥
জ্ঞাতি বন্ধু বান্ধৱে বুলিলা যত যত।
সিবেলাত কাৰো বাক্য নলৈলি মনত ॥ ২২৬৯৫
পাণ্ডৱৰ হাতত সবংশে যাইবে মাৰ।
আৰে কি কাৰণে শোক কৰা দুৰাচাৰ ॥

এহি বুলি সাত্যকি কৰন্ত বিকৰ্থন।
হেন শুনি শকুনিৰ নসহয় মন ॥ ২২৬৯৬
মহাশোকে দুৰ্য্যোধন ৰাজা আছে পৰি।
শকুনি মন্ত্ৰণা কৰে আকোৱালি ধৰি ॥
উঠা উঠা মহাৰাজা শোক সুযুৰাই।
তোমাৰ শোকত শত্ৰুগণে পাৱে লাই ॥ ২২৬৯৭
শৰঘাৱে ভীষ্ম হুয়া আছে অচেতন।
শৰসব মহাযত্নে কঢ়ায়ো এখন ॥
তেৱেসে শত্ৰুৰ মাথে পৰিবেক ছাই।
হেন শুনি ৰঙ্গ ভৈলা দুৰ্য্যোধন ৰায় ॥ ২২৬৯৮
দুঃশাসন ভায়েকক মাতিলা তেখন।
বৈদ্যগণ মাতি আন আছে কোন থান ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
সেহিবেলা শ্ৰুতি পাইলা গঙ্গাৰ কুমাৰ ॥ ২২৬৯৯
অৰ্জ্জুনৰ শৰবিষে ফুটি যায় প্ৰাণ।
তথাপিতো ধৈৰ্য্য ধৰি লভিলন্ত জ্ঞান ॥
শ্ৰুতি পাই চক্ষু মেলিলন্ত মহাবল।
আগতে দেখিলা কুৰু পাণ্ডৱৰ বল ॥ ২২৭০০
কতো বীৰে কান্দে শোকে পৃথিৱীত পৰি।
মহাশোকে কান্দে সবে মৰ্ম্মে পাৰে গেৰি ॥
দেখি ভীষ্ম সবাহানে শোক কৰি দূৰ।
সবাকো সম্বোধি মাতিলন্ত ধীৰে ধীৰ ॥ ২২৭০১
সমীপ চাপিলা যদি বীৰ সমস্তয়।
সবাকো সম্বোধি ভীষ্ম বচন বোলয় ॥
শুনিয়োক কুৰু পাণ্ডৱৰ বীৰগণ।
মোক প্ৰতি শোক নকৰিবা একো জন ॥ '০২
বৃদ্ধ তাত সম্মুখত পৰিলো সমৰ।
আকে জানি মোক প্ৰতি শোক পৰিহৰ ॥
ঈশ্বৰ নিমিত্ত যত দেখা জগতত।
সবাৰে উপজে মৃত্যু দেহাৰ লগত ॥ ২২৭০৩
মোক প্ৰতি সব লোকে শোক পৰিহৰি।
কৈক গৈলা গুৰু দ্ৰোণ আশা শীঘ্ৰ কৰি ॥
দৃঢ়মুষ্টি মহাবল বাসৱ সমান।
কোথা গৈলা বাপ ধনঞ্জয় মোৰ প্ৰাণ ॥ ২২৭০৪
কোথা গৈলা যুধিষ্ঠিৰ বীৰ বৃকোদৰ।
শীঘ্ৰ কৰি আসা দুয়ো মাদ্ৰীৰ কুমাৰ ॥
কোথা গৈলি দুৰ্য্যোধন নকৰিবি শোক।
শত ভাই সমে বাপু শীঘ্ৰে আসিয়োক ॥ ২২৭০৫
কোথা গৈলা দামোদৰ অৰ্জ্জুনৰ সখি।
সংসাৰতো পৰাহৰা তোমাক নেদেখি ॥
যাক হৃদয়ত ধৰে মহন্তসকল।
শীঘ্ৰে দেখায়োক মোক চৰণ কমল ॥ ২২৭০৬
ত্ৰিভুৱন ভুৱনমোহন তুমি হৰি।
নোখোজো বৈকুণ্ঠনাথ তব নিজ পুৰি ॥
ম্ৰিয়মান সময়ত মাগো এহিমান।
তোমাৰ চৰণে দৃঢ়ভক্তি দিয়া দান ॥ ২২৭০৭
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
বীৰগণে শুনিলেক উত্তৰ ভীষ্মৰ ॥
আত অনন্তৰে কথা শুনা নৰেশ্বৰ।
ভীষ্মৰ ভক্তিত তুষ্ট ভৈলা গদাধৰ ॥ ২২৭০৮
প্ৰেমজলে আকুল ভৈলেক নাৰায়ণ।
জানুশিৰে নমিলন্ত ভীষ্মৰ চৰণ ॥
পাচে থিয় হুয়া তান চৰণৰ কাছে।
বীৰগণ সমস্তে বিস্ময় হুয়া আছে ॥ ২২৭০৯
ভীষ্মক গৌৰৱে পৃথিৱীত জানু পাৰি।
আপোনাক চিনাইলন্ত বিষ্ণু নাম ধৰি ॥
দেখিবাক খোজা যদি গঙ্গাৰ কুমাৰ।
দেখা হেৰা মই কৃষ্ণ সেৱক তোমাৰ ॥ ২২৭১০
এহি বুলি ভীষ্মক সাদৰে দামোদৰ।
দিব্য ৰূপ দৰশিলা ভুৱন সুন্দৰ ॥
চাৰু চতুৰ্ভুজ জ্বলে মকৰ কুণ্ডল।
যাৰ জ্যোতি প্ৰকাশে পাণ্ডুৰ গণ্ডস্থল ॥ ২২৭১১
মাথাত কিৰীটি জ্বলে অগনিৰ জ্বালা।
কণ্ঠে শোভে আজানুলম্বিত বনমালা ॥
অৰুণ অলক দুই প্ৰফুল্ল কমল।
কিৰীটি কুণ্ডলে সমে শোভয় কপাল ॥ ২২৭১২
কণ্ঠত কৌস্তুভ জ্বলে অৰুণ অধৰ।
দেখিতে শোভন বক্ষস্থলে হেমহাৰ ॥

হেন দেখি ভীষ্ম তাত মনে গুণিলন্ত।
যোগীৰ মৰণ যোগ্য নহে ইবেলাত ॥ ২২৭১৩
সঞ্জয় বদতি কথা শুনা একমনে।
আঘোণত ভীষ্ম পৰিলন্ত ঘোৰ ৰণে ॥
বাট চাহি ৰহিলেক আঘোণ পৌষক।
আঘোণে চলন্ত ৰবি দক্ষিণ পথক ॥ ২২৭১৪
এতেকে মাঘক আপেক্ষিয়া মহাবীৰ।
আঘোণ মাসত নমৰিলা মহাধীৰ ॥
যেতিক্ষণে ভীষ্ম পৰিলন্ত ঘোৰ ৰণে।
তেতিক্ষণে গঙ্গা দেৱী জানিলন্ত মনে ॥ ২২৭১৫
গঙ্গায়ে বোলন্ত মোৰ পুত্ৰ মহাবীৰ।
জানো অজিজ্ঞাসি বাপু তেজয় শৰীৰ ॥
ইবেলাত দূত কৰি পাঞ্চি দিবো কাক।
প্ৰাণ নেৰিবেক হেন কহিবে পুত্ৰক ॥ ২২৭১৬
এহি বুলি দেৱী মনে গুণিলন্ত পাচে।
দেখন্ত তপস্যা কৰি মুনিগণ আছে ॥
তাসম্বাক পঠাইলেক ভাগিৰথী আই।
পুত্ৰত কহিয়ো মোৰ শীঘ্ৰ বেগে যাই ॥ ২২৭১৭
যেবে উত্তৰাৰ্ক সূৰ্য্য নচলন্ত মানে।
কোৰা গৈয়া পুত্ৰত নেৰোক তাবে প্ৰাণে ॥
শুনি ঋষিগণে হংসৰূপে তাৱক্ষণে।
চলি গৈলা যৈত আছে গঙ্গাৰ নন্দনে ॥ ২২৭১৮
ৰণভূমি পাইলা গৈয়া আকাশ গমনে।
ভীষ্মক দেখিলা শৰ-শয্যাত শয়নে ॥
ভীষ্মৰ ধৈৰ্য্যক দেখি মনে গুণি সাৰ।
আকাশত প্ৰদক্ষিণ কৰি শতবাৰ ॥ ২২৭১৯
আগক আসিলা পাচে আদৰিত ভাবে।
সবে মিলি দক্ষিণক কৰিলা উৎসবে ॥
ইঙ্গিতে জানিলে তাঙ্ক শুনি নিৰন্তৰ।
ইঙ্গিতে চিনিলা তাঙ্ক গঙ্গাৰ কুমাৰ ॥ ২২৭২০
পাচে তাসম্বাক ভীষ্ম বুলিলন্ত বাক।
গঙ্গাদেৱী পঠাইলেক জানো তোমাসাক ॥
যেবে উত্তৰাৰ্ক নোহে তাবে নেৰো প্ৰাণ।
তুমিসবে আমাৰ মাতৃক দিয়া জান ॥ ২২৭২১

হেন কথা শুনি মুনিগণ গৈলা চলি।
কুৰু-পাণ্ডৱৰ সৈন্যে আছন্ত আকলি ॥
তথাপিতো নেৰো প্ৰাণ শুনা মোৰ বাক।
যাবদেকে আদিত্য নোহয় উত্তৰাৰ্ক ॥ ২২৭২২
আকে জানি আমাক দিয়োক সেনাগণ।
বাপু দুৰ্য্যোধন শুনা আমাৰ বচন ॥
চতুৰ্দ্দিশে আমাৰ বান্ধিয়ো গড়খান।
আৰো এক বচন শুনিয়ো বীৰগণ ॥ ২২৭২৩
বিঞ্চনি চামৰ ধৰিয়োক সুকোমল।
শৰীৰৰ মাখিবোৰ খেদায়ো সকল ॥
দেখা মোৰ শিৰগোট ওলমি আছয়।
তাৰ বিযে দেখা মোৰ শৰীৰ কাম্পয় ॥ ২২৭২৪
তাৰ বিযে সকল শৰীৰে কৰে চোট।
শৰ নাই ওলমি আছয় শিৰগোট ॥
ভীষ্মৰ বচন শুনি ৰাজা দুৰ্য্যোধন।
ভাল ভাল বালিশ অনাইলা তেতিক্ষণ ॥ ২২৭২৫
নলৈলন্ত ভীষ্ম তাঙ্ক মহাকোপ কৰি।
দেখি দুৰ্য্যোধন ৰাজা থাকিল অন্তৰি ॥
দুৰ্য্যোধন ৰাজা বৰ গৰিহাক পাইলা।
অৰ্জ্জুনৰ মুখ তেবে গঙ্গাসুতে চাইলা ॥ ২২৭২৬
ভীষ্ম বোলে নাতি মোৰ শুনিয়ো বচন।
ইকৰ্ম্ম সামৰ্থ নুহিবেক একোজন ॥
শুনিয়ো বচন মোৰ বাপু ধনঞ্জয়।
পৰম মহন্ত তুমি জানা সমস্তয় ॥ ২২৭২৭
ওলমি আছয় মাথা মোৰ বৰ টান।
আৰ অৰ্থে বাপু মোক দিয়োক শিতান ॥
হেন শুনি ধনঞ্জয় উঠিলা তেখন।
প্ৰদক্ষিণে গাঙ্গেয়ৰ নমিলা চৰণ ॥ ২২৭২৮
গাণ্ডীব ধনুক ধৰি কৰিয়া টঙ্কাৰ।
শবদে পূৰিল গৈয়া স্বৰ্গৰ দুৱাৰ ॥
বাছি বাছি প্ৰহাৰিলা ত্ৰিকণ্টিকা শৰ।
ভীষ্মৰ শিৰক মাৰি কৰিলা উপৰ ॥ ২২৭২৯
ঊৰ্দ্ধমুখ শৰপুংখ ভূমি উপগত
ভীষ্মৰ শিৰক ৰাখিলন্ত উপৰত ॥

শয়ন উচিত গাণ্ডু দিলা ধনঞ্জয় ।
দেখি ৰঙ্গমন ভৈলা গঙ্গাৰ তনয় ॥ ২২৭৩০
অদ্ভুত দেখিয়া আছে যত বীৰগণ ।
অৰ্জ্জুনক মাতিলন্ত গঙ্গাৰ নন্দন ॥
সাধু সাধু ধনঞ্জয় কুন্তীৰ কুমাৰ ।
তযু সম বীৰ আৰ নাহি বলীয়াৰ ॥ ২২৭৩১
প্ৰচণ্ড শকতি সৰ্ব্ব কাজে সুশিক্ষিত ।
বীৰ শয়নক বাপু এহিস্নে উচিত ॥
আন ভাবে গাণ্ডু যদি দিলি হন্তে মোক ।
মিছা নুহি অৱশ্যে শাপিলো হন্তে তোক ॥ '৩২
এহি বুলি মৌন ভৈলা গঙ্গাৰ নন্দন ।
সেহি সময়ত আসিলেক বৈদ্যগণ ॥
নানাবিধ মন্ত্ৰ জানে ঔষধ লগত ।
বিশল্যকৰণী কৰে ভীষ্মৰ গাৱত ॥ ২২৭৩৩
হেন শুনি ভীষ্ম বোলে শুনা বৈদ্যগণ ।
বীৰ শয়নত মই কৰিলো শয়ন ॥
আৰ ইচ্ছা নাই মোৰ প্ৰাণ ধৰিবাক ।
ইহাতে থাকিবো যেৱে নোহে উত্তৰাৰ্ক ॥ '৩৪
বাপু দুৰ্য্যোধন শুনা আমাৰ বচন ।
বৰ দুখ কৰি আসিয়াছে বৈদ্যগণ ॥
মনে ইচ্ছা কৰি ধন পাইবো বহুতৰ
শৰ কাঢ়িবাক খোজে মোৰ শৰীৰৰ ॥ ২২৭৩৫
অনুশোচ কিছু আৰ নকৰা আমাক ।
ধন দিয়া আসন্ধাক জাণ্টে পঠায়োক ॥
ভীষ্মৰ বচন শুনি ৰাজা দুৰ্য্যোধন ।
তেতিক্ষণে বৈদ্যক দিলেক বহুধন ॥ ২২৭৩৬
ভীষ্মৰ বচন শুনিয়াছে যুধিষ্ঠিৰ ।
মহাশোকে কান্দে তান নসহে শৰীৰ ॥
স্নেহে প্ৰবোধন্ত যে বিৰাট বৃকোদৰ ।
দেখিয়া মাধৱ গৈয়া চাপিলা ওচৰ ॥ ২২৭৩৭
মধুৰ বচনে পাচে দেৱ নাৰায়ণ ।
যুধিষ্ঠিৰ নৃপতিক বুলিলা বচন ॥
শুনা শুনা দদা মোৰ বচন নিশ্চয় ।
আজি ৰণে অব্যাহতে লভিলা বিজয় ॥ ২২৭৩৮
ত্ৰিভুৱন বিজয় প্ৰচণ্ড বলীয়াৰ ।
দুৰ্য্যোধন সম আৰ নুহিকে তোমাৰ ॥
আৰ শঙ্কা নাহিকে জিনিবা ৰিপুগণ ।
আজিসে জানিবা মোৰ ৰঙ্গ ভৈলা মন ॥ ২২৭৩৯
হেন শুনি যুধিষ্ঠিৰ বুলিলা বচন ।
পৰাজয় বিজয়ৰ তুমিসে কাৰণ ॥
তব অংশ বিজয় যুদ্ধত পৰাজয় ।
সুখ দুখ কাৰণৰ তুমিসে আলয় ॥ ২২৭৪০
যাৰ কটাক্ষতে সৃষ্টি স্থিতি বিনাশন ।
তোমাৰ চৰণে প্ৰভু পশিলো শৰণ ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয় ।
সেহিবেলা গৈলেক অনেক কন্যাচয় ॥ ২২৭৪১
অসংখ্যাত কুলবধূ পুত্ৰ কোলে লই ।
ভীষ্মক দেখিবে প্ৰতি আথেবেথে গই ॥
তেলী মালী চমাৰ কমাৰ যত যত ।
ভীষ্মক দেখিবে প্ৰতি গৈলেক সমস্ত ॥ ২২৭৪২
কহে ৰামসৰস্বতী মই বৰ দীন ।
নাম ধন দিয়া কৃষ্ণদাস কৰি কিন ॥
যেৱে তব চৰণত ভকতি ৰহয় ।
তেৱে মোৰ মনোৰথ সবে পূৰ্ণ হয় ॥
শুনিয়োক সভাসদ এথা আন কাম ॥
জন্মৰ সফল হৌক বোলা ৰাম ৰাম ॥ ২২৭৪৩

---

### ভীষ্মক শৰশয্যাত দেখি নগৰৰ নাৰীসকলৰ বেজাৰ

#### লেচাৰী

দশদিন যুজি দেৱব্ৰত শৰৰ শয্যাত পৰিলন্ত
শুনি নগৰৰ যত সুকোমল নাৰী।
পাট নেত শাৰী পিন্ধি গই দূৰ্ব্বাক্ষত পুষ্প কোচে লই
বিদ্যাধৰী সম সব গৈলা কাছি পাৰি॥
পদ্মিনী সুন্দৰী ৰূপৱতী ভীষ্মৰ চৌপাশে বেঢ়ি আতি
তাৰাগণ সমে যেন আকাশক ছানি।
ভীষ্মৰ অৱস্থা দেখি আতি লাজ থৈলা কাষ কৰি কাতি
সখিক সম্বোধি বোলে অন্য অন্য বাণী॥ ২২৭৪৪
সিবেলা ভীষ্মৰ দুখ দেখি লোতকে জুড়াই দুই আখি
ক্ৰূৰমতি বিধি কি কৰিলে তযু গতি।
নিষ্ঠুৰ হৃদয় বজ্ৰ সাৰ যেনে যমকাল ক্ষত্ৰিয়ৰ
পৰশুৰামক যুজিলন্ত সাত ৰাতি॥
শিকিলাহা অস্ত্ৰ তান ঠাই দেখুৱাইলা তাঙ্ক মুনিষাই
তোমাৰ শৰত জৰ্জ্জৰিত কলেৱৰ।
নাকে কাণে দিলা অস্ত্ৰজাল ভৈলা পৰ্শুৰাম লাল কাল
প্ৰাণৰ কাতৰে ভিড়িয়া দিলে লৰৰ॥ ২২৭৪৫
দেখি সৰ্ব্বলোক ভৈলা ভয় দেৱগণে কৈলা জয় জয়
পৰম বিস্ময় মিলিল সবাৰ মনে।
তোমাৰ সমান পৰাক্ৰমী নতু দেখি শুনি শৰশ্ৰমী
হেনয় বীৰক কিমতে জিনিলা ৰণে॥
কিনো নিদাৰুণ ধনঞ্জয় যমদণ্ড সম শৰচয়
ভীষ্মক মাৰন্তে তিলেকো নভৈল দায়া।
সহজে ক্ষত্ৰিয় নিদাৰুণ ক্ৰোধে দুই চক্ষু তাম্ৰবৰ্ণ
গোবিন্দ সাৰথি মহা কপটৰ মায়া॥ ২২৭৪৬
অৰ্জ্জুনৰ শৰে সশৰীৰে অস্থি মজ্জা দহি পীড়া কৰে
লোতক বহয় নিৰন্তৰ মূৰ্চ্ছা যায়।
শোণিত বহয় শৰীৰৰ যেন গেৰুধাৰা পৰ্ব্বতৰ
খনো খনো নেত্ৰ মেলি দশোদিশে চায়॥
আমাৰ হৃদয় পোৰে আতি কেনে সহিবন্ত তান মাতৃ
পঙ্কজলোচনী দেৱী ভাগিৰথী আই॥

নৃপতিসবৰ শিৰোগত যুধিষ্ঠিৰ ৰাজা সমৰত
ভীষ্মক মাৰন্ত কিমতে আছিলা চাই ॥ ২২৭৪৭
অৰ্জ্জুনক দেখা ৰথ মাজে বজ্র ধৰি যেন দেৱৰাজে
পৰ্ব্বত গোটক পৃথিৱীত থৈলা শালি।
চন্দ্ৰসম জ্বলে দুই আখি একেয়ে ৰথত দুয়ো সখি
দুয়ো একে বৰ্ণ ধনঞ্জয় বনমালী ॥
সজল জলদ শ্যাম তনু তাহাতে প্ৰকাশে শৰ ধনু
প্ৰলম্বিত বাহু আতি সুকোমল।
ইতিনি ভুবন ভিতৰত আক্ষ সম নাহি সমৰত
ভালেতো দ্ৰৌপদী অৰ্জ্জুনত বৰ স্নেহ ॥ ২২৭৪৮
কৃষ্ণক দেখিয়া সখীগণ কুণ্ডলে মণ্ডিত দুয়ো কৰ্ণ
পীত বস্ত্ৰে জ্বলে মেঘত যেন বিজুলী।
শ্ৰীবৎস বঁতুৰ বক্ষস্থল কৌস্তুভ প্ৰকাশে যাৰ গল
ৰতিপতি যেন যুৱতীগণ ৰঞ্জিনী ॥
ভীষ্মৰ অৱস্থা চাই চাই নকান্দতে লোহ বহি যায়
মৰ্ম্মত সবাৰো আগক নযায় ভৰি।
দূৰহন্তে পাচে নাৰীগণে ভীষ্মক চাহন্ত দুখ মনে
ৰামসৰস্বতী ভণে বোলা হৰি হৰি ॥ ২২৭৪৯

---

পদ

নাহিক চেতন জ্ঞান বিবৰ্ণ বদন।
সৰ্পে যেন নিশ্বাস ত্যজন্ত ঘনে ঘন ॥
অৰ্জ্জুনৰ শৰবিষে নপাৱন্ত জ্ঞান।
সাক্ষাতে দেখিয়ো যেন মৃতক সমান ॥ ২২৭৫০
পিয়াসে নিজীয়ে মুখ নিস্তেজ শৰীৰ।
ক্ষণে ক্ষণে চক্ষুক মেলন্ত মহাবীৰ ॥
ভীষ্মৰ দুখক দেখি যত নাৰীগণ।
মহাশোকে সন্তাপ কৰন্ত ঘনে ঘন ॥ ২২৭৫১
পদ্মিনী সুন্দৰী আৰো জগত মোহিনী।
চাৰু হাস্য জগত স্বামীত সুভাগিনী ॥
সৰ্ব্বকাল মুহি সলোতক যাৰ মুখ।
সিয়ো নাৰী কান্দয় ভীষ্মৰ দেখি দুখ ॥ ২২৭৫২
মঙ্গল পঢ়িয়া দুৰ্ব্বাঙ্কত যে সিঞ্চিলা।
একপাশ হুয়া কন্যাগণ অন্তৰিলা ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
ভীষ্মৰ শৰীৰ ঢাকি তেজ বৰিষয় ॥ ২২৭৫৩
শৰ পুংখ ঢাকি তেজ ভৈল সমাপতি।
তেবে গঙ্গাসুত পিয়াসত আসকতি ॥
পিয়াসে আকুল আতি নপান্ত চেতন।
তেবে কৌৰৱক চাই বুলিলা বচন ॥ ২২৭৫৪
শুনিয়োক বচন কৌৰৱ বীৰগণ।
পিয়াসে শুকাইল মুখ নাপাওঁ চেতন ॥
আজুৰি মাৰন্তে মোৰ মুখে নাহে বাণী।
বাপু দুৰ্য্যোধন মোক পিয়ায়োক পানী ॥ ২২৭৫৫

ভীষ্মৰ বচন শুনি ৰাজা দুৰ্য্যোধন।
সুগন্ধ জলক অনাইলেক তেতিক্ষণ ॥
ভক্ষ্য দিব্য অনাইলন্ত পায়স মোদক।
হেন দেখি ভীষ্ম ক্রোধে বুলিলা ৰাজাক॥ '৫৬
শুন অৰে দুৰাচাৰ দুৰ্য্যোধন ৰায়।
তোহোৰ জলত তাত মোৰ কাৰ্য্য নাই ॥
শৰৰ শয্যাত মই শয়ন কৰিলো।
মনুষ্যৰ ভোগ্য মানে সকলে তেজিলো ॥ ২২৭৫৭
আৰো এক বচন শুনিয়ো বীৰগণ।
অৰ্জ্জুনক দেখিবাক মোৰ বৰ মন ॥
ছোট হন্তে তুলিলোহো বৰ হাবিলাসে।
কোথা গৈলা অৰ্জ্জুন আসোক মোৰ পাশে॥ '৫৮
হেন শুনি ধনঞ্জয় উঠিলা তেখনে।
প্রদক্ষিণে গাঙ্গেয়ৰ নমিলা চৰণে ॥
কৰযোৰে মহন্ত মনত নিকচ্ছাস।
কি কাৰ্য্য কৰিবো আজ্ঞা কৰা পিতামহ ॥ '৫৯
ভীষ্ম বুলিলন্ত শুনিয়োক ধনঞ্জয়।
দেখা মোৰ শৰীৰক পিয়াসে পীড়য় ॥
বংশধৰ নাতি তই জলপিণ্ড আশ।
যাৰ গৃহে পুনৰ্জ্জন্ম কৰিবন্ত বাস ॥ ২২৭৬০
মুখ কণ্ঠ মানে মোৰ সকলে শুখাইল।
ধনঞ্জয় বাপু মোক পিয়ায়োক জল ॥
হেন শুনি ধনঞ্জয় গাণ্ডীৱক ধৰি।
ৰথত চড়িলা বীৰে এক ডেৱ কৰি ॥ ২২৭৬১
ৰথে সমে ভীষ্মক কৰিলা প্রদক্ষিণ।
ধনুত যুৰিলা আনি শিলীমুখ বাণ ॥
ভীষ্মৰ দক্ষিণ পাশে মুখৰ ওচৰ।
পাতালক লাগি তাতে প্রহাৰিলা শৰ ॥ ২২৭৬২
অদভুত দেখি আছে নৃপতিসকল।
পাতালৰ পৰা আসি নিকলিল জল ॥
মুষলৰ ধাৰে উঠিলেক আতি বৰে।
ভীষ্মৰ মুখত গৈয়া বেগ ধৰি পৰে ॥ ২২৭৬৩
দেখিতে সুবেশ আতি সুকোমল জল।
তৃষা পুৰি ভীষ্ম পান কৰিলা সকল ॥

অৰ্জ্জুনৰ কৰ্ম্ম অদভুত মনুষ্যৰ।
দেখি ভয় লাগিলেক সবে কৌৰৱৰ ॥ ২২৭৬৪
ভীষ্ম মাতিলন্ত পাচে তুষ্টমন হুই।
তোমাৰ ইকৰ্ম্ম বাপু অদভুত সুই ॥
নদী নদ মাজে বৰ গহীন সাগৰ।
হিমালয় যেন পৰ্ব্বততে শ্রেষ্ঠতৰ ॥ ২২৭৬৫
গৰুড় বলিষ্ঠ যেন পক্ষীৰ মধ্যত।
ক্ষত্রিয়ৰ মধ্যে বাপু তুমি সেহিমত ॥
নাৰদৰ মুখে শুনিয়াছো যেন যেন।
কৃষ্ণ ধনঞ্জয় দুয়ো নৰ নাৰায়ণ ॥ ২২৭৬৬
কাৰণেসে দুইহানো মনুষ্য অৱতাৰ।
দুৰ্জ্জনক দণ্ডিয়ো খণ্ডিবা ভূমিভাৰ ॥
তৈসানি বুলিলো শুনিয়োক দুৰ্য্যোধন।
পাণ্ডৱক ৰাজ্য তই দিয়ো এতিক্ষণ ॥ ২২৭৬৭
দ্রোণে বুলিলন্ত আৰো বিদুৰে বুলিলা।
বলোভদ্রে বুলিলন্ত তাকো নুশুনিলা ॥
তাকেসে স্মৰন্তে মন বিকল আমাৰ।
পাণ্ডৱৰ হাতত সমস্তে যাইবি মাৰ ॥ ২২৭৬৮
পুনৰপি দুৰ্য্যোধন বোলো শুনা ৰায়।
দোৰ্ঘোৰ সমৰে আৰ তোক নুযুৱাই ॥
কল্যাণক পাউ বাপু বন্ধুগণ ৰৌক।
মই অন্তে কৌৰৱী পাণ্ডৱী ৰঙ্গ হৌক ॥ ২২৭৬৯
পাণ্ডৱে সহিতে যদি হোৱা একে সঙ্গ।
তেৱেতো জানিবা তুমি মোৰ মনে ৰঙ্গ ॥
ভীষ্মৰ বচন শুনি ৰাজা দুৰ্য্যোধন।
অধোমুখে নৃপতি থাকিলা মনে মন ॥ ২২৭৭০
ভৈল আয়ুক্ষয় নুশুনয় সদ বুদ্ধি।
মৰন্তাক দিবে কোনে জীৱাৰ আসুধি ॥
বৈশম্পায়ন বদন্তি শুনিয়ো নৰেশ্বৰ।
ভীষ্মক ৰাখিবে লোক দিলে দুয়ো ঘৰ ॥ ২২৭৭১
দুয়ো দলে সৈন্য বাছি দিলেক জোলক।
পাণ্ডৱৰ ৰঙ্গ ভৈলা বধিয়া ভীষ্মক ॥
সবে হন্তে গাঙ্গেয়ৰ নমিলা চৰণ।
কুৰু পাণ্ডু দল গৈল আপুন ভৱন ॥ ২২৭৭২

এত হন্তে বার্ত্তা পাইলা ৰাধাসুত কর্ণ।
ঘোৰ সমৰত ভীষ্ম কৰিলা শয়ন ॥
অদভুত শুনি কিছু মনে দুখ ভৈলা।
লৰৰিয়া ভীষ্মক চাহিবে লাগি গৈলা ॥ ২২৭৭৩
বীৰ শয়নতে আছে গঙ্গাৰ কুমাৰে।
দেখি কর্ণে প্রণাম কৰিলা জানু শিৰে ॥
কর্ণে বোলে শুনিয়োক গঙ্গাৰ নন্দন।
যৈসানি বুলিলা তুমি অৰ্দ্ধৰথী কর্ণ ॥ ২২৭৭৪
সেই দিনে অঙ্গীকাৰ কৰিয়াছো দৃঢ়।
যাস্তে তুমি নপৰা নধৰোঁ ধনু শৰ ॥
সি কাৰণে নুযুজি আছোহো বাট চাই।
চাহিবে আসিলো শুনি তোমাৰ বিলাই ॥ '৭৫
অৰ্দ্ধৰথী সুত মই ৰাধাৰ কুমাৰ।
পূৰ্ব্ব অপৰাধ মানে ক্ষেমিয়ো আমাৰ ॥
হেন শুনি গাঙ্গেয়ৰ স্নেহ ভৈলা আতি।
ৰাধাৰ পুত্ৰৰ সমীপক নিলা মাতি ॥ ২২৭৭৬
বুলিলন্ত ভীষ্ম ৰাধেয়ৰ মুখ চাই।
শুনা কর্ণ মোৰ শত্রু ত্রিভুৱনে নাই ॥
আজি তুমি মোৰ পাশে নাসিলাহা যেবে।
সত্যে সত্যে অৱশ্যে শপিলো হন্তে তেবে ॥ '৭৭
কিন্তু বাপু কহো শুনা আমাৰ বচন।
স্বৰূপত নোহা তুমি ৰাধাৰ নন্দন ॥
কুন্তীৰেসে পুত্ৰ আৰে মোৰ বোল ধৰা।
পাণ্ডৱ সহিতে বাপু দন্দ্ব পৰিহৰা ॥ ২২৭৭৮
বোলে ৰাম সৰস্বতী প্রণামোহো মাথ।
মই দুখিতক কৃপা কৰা জগন্নাথ ॥
দুখিত বৎসল তুমি জানি নাৰায়ণে।
তোমাৰ চৰণে মনে পশিলো শৰণে ॥ ২২৭৭৯
শৰণাগতক নেৰিবাহা দেৱ হৰি।
ৰাখা মোক তোমাৰ ভৃত্যৰ ভৃত্য কৰি ॥
সুখে দুখে মুখে নছাড়োক হৰিনাম।
সামাজিক লোকে ডাকি বোলা ৰাম ৰাম ॥ ২২৭৮০

---

**ভীষ্মপৰ্ব্ব সমাপ্ত**

অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

## দ্ৰোণপৰ্ব

——:*:——

দ্ৰোণক সেনাপতি বৰণ

পদ

জয় জয় প্ৰণামো গোপাল বাসুদেৱ।
যাহাৰ চৰণে সুৰাসুৰে কৰে সেৱ॥
নৰৰূপে পৃথিবীৰ খণ্ডিলন্ত ভাৰ।
কৃষ্ণ অৱতাৰক মোহোৰ নমস্কাৰ॥ ২২৭৮১
ভীষ্মে কৰিলন্ত দশ দিন ঘোৰ ৰণ।
তাত পাচে সেনাপতি ভৈলা গুৰু দ্ৰোণ॥
সঞ্জয়ে কহন্ত ধৃতৰাষ্ট্ৰৰ আগত।
শুনিয়োক ৰাজা যুদ্ধ ভৈল যেনমত॥ ২২৭৮২
দুৰ্ঘোৰ সমৰ ভৈল প্ৰথম দিনত।
উভয় সম্মুখ ধনঞ্জয় ভগদত্ত॥
সঙ্কল্প কৰিয়া ৰণে গৈলা গুৰু দ্ৰোণ।
দ্ৰোণপৰ্ব্ব কথা বন্দো কৃষ্ণৰ চৰণ॥ ২২৭৮৩
ভীষ্ম পৰিলন্ত যেৱে কৰি ঘোৰ ৰণ।
মহা শোকে বিলাপ কৰন্ত দুৰ্য্যোধন॥
হা হা পিতামহ তুমি কৰিলাহা কিস।
তুমি বিনে শূন্য ভৈল মোৰ দশোদিশ॥ ২২৭৮৪
তোমাৰ প্ৰসাদে কুৰুকুলৰ প্ৰচাৰ।
শান্তনুকুলক যেন কৰিলা উদ্ধাৰ॥
সিটো পিতামহ পৰে ঘোৰ সংগ্ৰামত।
দুৰ্য্যোধনে শোক দুখ কৰয় মনত॥ ২২৭৮৫
আপুনি মৰিলে যাৰ সবাৰ মৰণ।
অধিক কি গুণ তাক কহিবো কাৰণ॥
হেন মহাবলী ভীষ্ম ৰণে পৰিলেক।
চাৰ ৰাজ্যভাৰ তাৰ জীৱনতো ধিক॥ ২২৭৮৬
এহি বুলি দুৰ্য্যোধনে কৰন্ত বিলাপ।
পিতামহ ভীষ্ম হন্তে পাইলা ঘোৰ তাপ॥
পাচে গৈয়া আশ্বাস কৰিলা গুৰু দ্ৰোণ।
নকৰিবা ভয় তুমি ৰাজা দুৰ্য্যোধন॥ ২২৭৮৭
মাৰিবো পাণ্ডৱ যমপুৰে দিবো বাস।
ধৰ্ম্মক কৰিবো পুনু ৰাজ্যৰ নৈৰাশ॥
বহু বীৰে বেঢ়ি যদি আসন্ত লগত।
সসৈন্যে বধিবো তাঙ্ক কৈলো সত্যে সত্যে॥ '৮৮
হেন শুনি দুৰ্য্যোধনে কৰি মন দুখ।
ভৃঙ্গাৰৰ জল আনি পখালিলা মুখ॥
ৰঙ্গমনে সসৈন্যে চলিলা নৃপবৰ।
নিৰন্তৰে চলি সবে গৈলা ঘৰে ঘৰ॥ ২২৭৮৯
সঞ্জয় বদতি কথা শুনা কুৰুপতি।
পৰিলন্ত ভীষ্ম, দ্ৰোণ ভৈলা সেনাপতি॥
কহিবো নিশ্চয়ে তুমি শুনিয়ো শ্ৰৱণে।
পাচে যেন কৰ্ম্ম কৰিলন্ত গুৰু দ্ৰোণে॥ ২২৭৯০
ৰাত্ৰি অৱসানে সূৰ্য্য ভৈল উপসন্ন।
শয্যাহন্তে গাৱ চালিলন্ত দুৰ্য্যোধন॥
শুচিমন্ত হুয়া স্নান কৰিলা তৰ্পণ।
অনুক্ৰমে অন্ন পান কৰিলা ভোজন॥ ২২৭৯১

নানা অলঙ্কাৰে বিভূষিত দুৰ্য্যোধন ।
গাত্ৰত পিন্ধিলা ৰাজা উত্তম বসন ॥
দিব্য গন্ধ পুষ্প পিন্ধি অগৰু চন্দনে ।
বসিলন্ত তব পুত্ৰ দিব্য সিংহাসনে ॥ ২২৭৯২
সিংহাসনে বসি পাচে ৰাজা দুৰ্য্যোধন ।
দ্ৰোণ আদি বীৰগণ আগে উপসন্ন ॥
হেন দেখি প্ৰতিদ্বাৰী জনাইলন্ত গৈয়া ।
দ্ৰোণ আদি কৰি যত আছন্ত বসিয়া ॥ ২২৭৯৩
হেন শুনি দুৰ্য্যোধনে আদেশ কৰিলা ।
তাসম্বাক শীঘ্ৰে অভ্যন্তৰক আনিলা ॥
দ্ৰোণক দেখিয়া ৰাজা চালিলন্ত গাৱ ।
পাদ্য অৰ্ঘ আচমনি দিলা বহুভাৱ ॥ ২২৭৯৪
গুৰু দ্ৰোণ কৰ্ণ বীৰবৰ দুঃশাসন ।
সমস্তকে দিলা ৰাজা সুবৰ্ণ আসন ॥
ৰাজাও বসিলা পাচে দিব্য সিংহাসনে ।
আসনে বসিয়া মাতিলন্ত দুৰ্য্যোধনে ॥ ২২৭৯৫
গুৰু দ্ৰোণ কৰ্ণ বীৰবৰ দুঃশাসনে ।
সবেও বসিলা সেহি উত্তম আসনে ॥
যেনমতে পাণ্ডৱক বধা সমুদায় ।
সেহিসে কাৰ্য্যক সবে চিন্তিয়ো উপায় ॥ ২২৭৯৬
ৰাজাৰ আদেশে মাতিলন্ত গুৰু দ্ৰোণ ।
শুনা শুনা বোলো কাৰ্য্য ৰাজা দুৰ্য্যোধন ॥
সসৈন্যে বধিবো পাণ্ডৱৰ সেনাগণ ।
শুনিয়োক দুৰ্য্যোধন স্বৰূপ বচন ॥ ২২৭৯৭
মোহোত শিখিলা অস্ত্ৰ বীৰ ধনঞ্জয় ।
শঙ্কৰক যুজি অস্ত্ৰ পাইলন্ত বিজয় ॥
ইন্দ্ৰ আদি কৰি যত পাইলা অস্ত্ৰচয় ।
তথাপি মোহোত লঘু বীৰ ধনঞ্জয় ॥ ২২৭৯৮
দেৱদত্ত শঙ্খ ধৰি বীৰ ধনঞ্জয় ।
অগ্নিদত্ত যানে কৃষ্ণ উঠি আতিশয় ॥
অৰ্জ্জুনৰ সখা হুয়া দেৱ কৃপাময় ।
আগ হুয়া সেনা আগে সমৰ কৰয় ॥ ২২৭৯৯
হৰন্তোক সখা আজি দ্বাৰকাৰ দেৱ ।
পাণ্ডৱক বধিবো ৰাখন্তা নাহি কেৱ ॥
পৰশুৰাম গুৰুত শিখিলো যত অস্ত্ৰ ।
সমৰ মধ্যত আজি কৰিবো বেকত ॥ ২২৮০০
অস্ত্ৰ গুণ গ্ৰাম যত কৰিবো বেকত ।
দেৱাসুৰে নজানন্ত কহিলো তোমাত ॥
যুধিষ্ঠিৰ ৰাজাক বধিবো সংগ্ৰামত ।
কৃষ্ণ-ধনঞ্জয় যদি নাথাকে লগত ॥ ২২৮০১
ধনু ধৰি ৰথে উঠি কৰে শৰ ধৰি ।
বধিবো পাণ্ডৱ সেনা নিক্ষেত্ৰিয় কৰি ॥
যুগান্ত কালৰ বহ্নি দহে যেনমত ।
পাণ্ডৱী সেনাক দহি মাৰো সেহিমত ॥ ২২৮০২
হেন জানা দুৰ্য্যোধন কৰিবো সমৰ ।
গজ বাজী সেনা মোক দিয়োক সত্বৰ ॥
দ্ৰোণৰ বচনে মাতিলন্ত দুৰ্য্যোধন ।
সবাকো সম্বোধি পাচে বুলিলা বচন ॥ ২২৮০৩
সেনাপতি পৰিলন্ত হৈলোহো আকুল ।
গুৰুৰ বচনে মোৰ হৈল কৌতূহল ॥
গুৰু যাৰ প্ৰসন্ন তাহাৰ কাক ডৰ ।
হেন জানা আমিসবে জিনিবো সমৰ ॥ ২২৮০৪
মনে ৰঙ্গ কৰে দুৰ্য্যোধন মহীপাল ।
হৰিষ কৰিয়া দ্ৰব্য অনাইলা সকল ॥
ৰাজাগণ মধ্যে বিধিৱতে শুদ্ধমতি ।
অভিষেকি দ্ৰোণক পাতিলা সেনাপতি ॥ '৮০৫
কুৰুবলে অভিষেকি সেনাপতি কৰি ।
বাদ্য ভণ্ড বাৱে কৌতূহলে ৰঙ্গ কৰি ॥
হৰিষে ঘোষয় প্ৰজা জয় দশোদিশ ।
পাণ্ডৱক বধিবাক কৰয় হৰিষ ॥ ২২৮০৬
সুশৰ্ম্মা যে কৃতবৰ্ম্মা আৰু সেনাগণ ।
অৰ্জ্জুনক প্ৰতি আদেশিলা দুৰ্য্যোধন ॥
সব সৈন্য লৈয়া তুমি হুয়ো ধনুৰ্দ্ধৰ ।
প্ৰথমে অৰ্জ্জুন সমে কৰিয়ো সমৰ ॥ ২২৮০৭
সঞ্জয়ক সম্বোধি মাতন্ত বৃদ্ধৰাজ ।
ধৰ্ম্মে হেন শুনি কৰিলন্ত কোন কায ॥
সি কথা কহিয়ো পুনৰপি মুনিবৰ ।
যেনমতে পূৰ্ব্বাপৰ মিলিল সমৰ ॥ ২২৮০৮

সঞ্জয় বদতি শুনিয়োক কুৰুপতি।
দুৰ্য্যোধনে দ্ৰোণক পাতিলা সেনাপতি ॥
তেবে যুধিষ্ঠিৰ ৰাজা কৰি ৰঙ্গ মন।
কৃষ্ণক সম্বোধি হেন বুলিলা বচন ॥ ২২৮০৯
ভীষ্ম সেনাপতি ভৈলা সমৰ বিবাদে।
তাহাঙ্কো বধিবো প্ৰভু তোমাৰ প্ৰসাদে ॥
তাহাৰ সন্তাপে আতি কৰে ঘোৰ ৰণ।
দ্ৰোণক কৰিলা সেনাপতি দুৰ্য্যোধন ॥ ২২৮১০
চাৰি বেদ চৌধ্য শাস্ত্ৰ কণ্ঠত পাৰ্গত।
পাইলা ধনুৰ্ব্বেদ তেহে পৰশুৰামত ॥
ধনুৰ্ব্বেদে খ্যাতি যাৰ গৈলা দেশান্তৰ।
কৌৰবে পাণ্ডবে যাত অভ্যাসিলা শৰ ॥ ২২৮১১
হেন গুৰু দ্ৰোণক পাতিলা সেনাপতি।
সমৰ কৰিব দুৰ্য্যোধন নৰপতি ॥
চৰে আসি আক মোত কৰিলা বেকত।
গুৰু দ্ৰোণে আস্ফোট কৰিলা যত যত ॥ ২২৮১২
ভীষ্মৰ বিলাপে আছে ৰাজা দুৰ্য্যোধন।
প্ৰবোধিয়া দ্ৰোণে পাচে বুলিলা বচন ॥
বন মধ্যে যেন বহ্নি হৰে উপসন্ন।
সসৈন্যে বধিবো পাণ্ডৱৰ সেনাগণ ॥ ২২৮১৩
গুৰু দ্ৰোণে অঙ্গীকাৰ কৰি হেনমত।
আমিসবে তাসম্বাক পাৰি যেনমত ॥
তাহাৰ কাৰণ হেতু আমি সমুদায়।
হেন জানি প্ৰভু কৃষ্ণ চিন্তিয়ো উপায় ॥ ২২৮১৪
ধৰ্ম্মৰ বচনে মাতিলন্ত দামোদৰ।
হৰন্তোক সেনাপতি তাঙ্ক নাহি ডৰ ॥
আমি যাৰ সমৰে ৰথত উপগত।
তাৰ ভঙ্গ হৈবে হেন নাহি সমৰত ॥ ২২৮১৫
অগ্নিদত্ত ৰথ যাৰ শ্বেত চাৰি হয়।
গাণ্ডীৱক লভিল অক্ষয় বাণচয় ॥
ইন্দ্ৰ আদি দেৱে যাক দিলা যত শৰ।
হেনকি জানাহা মই হাৰিবো সমৰ ॥ ২২৮১৬
ধৃষ্টদ্যুম্ন নৃপতিক সেনাপতি কৰি।
হেন জানি ৰাজা আমি ধৰ্ম্ম অনুসৰি ॥
তুমিসবে চাৰি বীৰ সাত্যকি সহায়।
সমৰ কৰিয়ো আগ হুয়া সমুদায় ॥ ২২৮১৭
আমাক সাজিয়া আসি নৃপতি সুশৰ্ম্মা।
সংশপ্তকগণ * লৈয়া আৰু কৃতবৰ্ম্মা ॥
অৰ্জ্জুন সহিতে সাজি কৰিব সমৰ।
এথা সেনাগণ সাজিয়োক নৃপবৰ ॥ ২২৮১৮
হেন যেবে বচন বুলিলা দামোদৰ।
সমৰক উদ্যম কৰিলা নৃপবৰ ॥
ৰথত উঠিলা যুজিবাক ধৰ্ম্মৰাজ।
সাজ সাজ বুলি সাজিলেক সামৰাজ ॥ ২২৮১৯
পাঞ্চাল ৰাজন ধৃষ্টদ্যুম্ন নৃপবৰ।
সেনাপতি ভৈল তেহে সকল সৈন্যৰ ॥
সুবৰ্ণ সন্নাহা গাৱে পিন্ধিলা নৃপতি।
ৰথে চৰি ধনু ধৰি গৈলা শীঘ্ৰগতি ॥ ২২৮২০
ধৃষ্টদ্যুম্ন সেনাপতি ভৈলা সাতো আগে।
ভীমসেন ভৈলা নৃপতিৰ পৃষ্ঠভাগে ॥
দক্ষিণ ভাগত সহদেৱ মহাবীৰ।
বামপাশে ভৈলন্ত নকুল ধনুৰ্দ্ধৰ ॥ ২২৮২১
সাত্যকি যে অভিমন্যু ঘটোৎকচ বীৰ।
পাঞ্চালৰ সেনাগণ আৰো নৃপবৰ ॥
মধ্যম থানত আৱৰিয়া সমুদায়।
এহিমতে থাকিলন্ত যুধিষ্ঠিৰ ৰায় ॥ ২২৮২২

ভগদত্তৰ সমৰ

সঞ্জয় বদতি বৃদ্ধ অন্ধক ৰাজাত।
গুৰু দ্ৰোণে ৰণে যত উপাৰ্জিলা তত ॥
ভগদত্ত বীৰে যত কৰিলা সমৰ।
সিটো কথা কহো শুনিয়োক নৃপবৰ ॥ ২২৮২৩
সেহি সময়ত কুৰুপতি দুৰ্য্যোধন।
শুনা গুৰু দ্ৰোণ এক বোলোহো বচন ॥
পাণ্ডৱক বধি ৰাজ্য লওঁ সমুদায়।
হেনজানি গুৰু তুমি চিন্তিয়ো উপায় ॥ ২২৮২৪
ৰাজাৰ বচন শুনি সেনাপতি দ্ৰোণ।
সমৰক প্ৰতি সাজু ভৈলা তেতিক্ষণ ॥

* নাৰায়ণী সেনা।

চাৰিগোটা ঘোঁৰা আনি কৰি একথান।
সুৱৰ্ণ শিকলি বান্ধি ঘুঘুৰা দাপন ॥ ২২৮২৫
মুখত মোখোৰা দিলা পৃষ্ঠত পাথৰ।
শ্বেত-ৰক্ত চামৰে মণ্ডিত কলেৱৰ ॥
সুৱৰ্ণ মাণিকে সাজিলন্ত নৃপবৰ।
নীল ৰক্ত মেঘ যেন ৰথৰ উপৰ ॥ ২২৮২৬
সুৱৰ্ণ সন্নাহা পিন্ধিলন্ত গুৰু দ্ৰোণ।
বামভাগে ধনুখান পৃষ্ঠভাগে টোন ॥
ৰথে চড়ি ধনুধৰি কৰিল্লা টঙ্কাৰ।
সেনা আদি ব্যূহ ভেদিলেক আপোনাৰ॥ ২২৮২৭
অগ্ৰভাগ ভৈলা দ্ৰোণ কৃপ দুই জন।
দক্ষিণ ভাগত অশ্বত্থামা বীৰ কৰ্ণ ॥
বামপাশে জয়দ্ৰথ বীৰ শল্যৰাজ।
পৃষ্ঠভাগে বেঢ়িয়া থাকিল সামৰাজ ॥ ২২৮২৮
ৰাজাৰ আগত হস্তী একযূথ লই।
দুঃশাসন যুৱৰাজ থাকিলন্ত গই ॥
মধ্যে থাকিলন্ত দুৰ্য্যোধন নৰপতি।
হেনমতে ব্যূহ পাতিলন্ত সেনাপতি ॥ ২২৮২৯
সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
উভয় সেনাৰ যেন লাগিল সমৰ ॥
সিকথা সমস্তে কহো শুনা সমুদায়।
যেনমতে সমৰ লাগিল কুৰুৰায় ॥ ২২৮৩০
কৌৰৱৰ সেনাপতি দ্ৰোণ দ্বিজবৰ।
পাণ্ডৱৰ ভিতি ধৃষ্টদ্যুম্ন বীৰবৰ ॥
দুইহানে প্ৰচণ্ড গতি চিনন নযায়।
যুগান্ত কালৰ বহ্নি তৰধ পৰায় ॥ ২২৮৩১
প্ৰথমে হানিলা দ্ৰোণে ঘোৰ দশ বাণ।
ধৃষ্টদ্যুম্ন পথতে কৰিলা খান খান ॥
অপৰ হানিলা দ্ৰোণে অষ্টাদশ শৰ।
তাকো বিনাশিলা পাঞ্চালৰ নৃপবৰ ॥ ২২৮৩২
হেন দেখি কোপে কম্পমান হৈলা কায়।
শতকোটি লক্ষ হানিলন্ত মহাশয় ॥
ৰথে ধ্বজে শৰীৰ ভেদিলা শৰে মানে।
মেঘক ঢাকিলা যেন ৰবিৰ কিৰণে ॥ ২২৮৩৩

দ্ৰোণৰ মহিমা দেখি পাঞ্চাল নৃপতি।
বায়ুবাণ হানি শৰ সবে উৰাইলন্তি ॥
অন্ধকাৰ গুচিল প্ৰসন্ন সমুদায়।
তিমিৰ বিনাশি যেন ৰবিৰ উদয় ॥ ২২৮৩৪
ধৃষ্টদ্যুম্নে শকতি হানিলা বৰ গতি।
পথতে শকতি কাটিলন্ত সেনাপতি ॥
শকতি বিনাশি গুৰু দ্ৰোণ ধনুৰ্দ্ধৰ।
হেনমতে হনাহনি মিলিলা সমৰ ॥ ২২৮৩৫
ৰথে ৰথে গজে গজে পদাতি পদাতি।
মাহুতে মাহুতে ঘোৰে ঘোৰে কৰে গতি ॥
ৰাহুতে ৰাহুতে ৰণ কৰে নিৰন্তৰ।
ধনুকীয়ে ধনুকীক কৰন্ত সমৰ ॥ ২২৮৩৬
সেহি সময়ত শুনা বৃদ্ধ কুৰুপতি।
অৰ্জ্জুনে যিমতে গৈলা সমৰক প্ৰতি ॥
সুশৰ্ম্মা যে কৃতবৰ্ম্মা দুয়ো বীৰবৰ।
অৰ্জ্জুনক ডাক দিয়া মাগিল সমৰ ॥ ২২৮৩৭
আসিয়ো অৰ্জ্জুন তুমি সমৰক প্ৰতি।
তোমাৰ অন্তৰ শুদ্ধ হৈবেক সম্প্ৰতি ॥
যাক যি জিনিতে পাৰে সমৰ মধ্যত।
ৰাজ্যভাৰ শূন্য হোৱে তাহাৰ সমস্ত ॥ ২২৮৩৮
সঞ্জয় বদতি ৰাজা যেন ভৈলা তথা।
সাৱশেষে মন দিয়া কহো মই কথা ॥
শুনি ধৃতৰাষ্ট্ৰে বোলে কহিয়ো সঞ্জয়।
ইহাক শুনিয়া বৰ কৌতুক হৃদয় ॥ ২২৮৩৯
শুনন্তে শুনন্তে মোৰ তৃপিতি বাঢ়য়।
যেন অমৃতৰ পানে শৰীৰ জুৰায় ॥
কিবা পাচে বুলিলন্ত ধনঞ্জয় বীৰ।
হেন বাক্য দুহান্তৰ শুনি প্ৰত্যুত্তৰ ॥ ২২৮৪০
বোলন্ত সঞ্জয়ে পাচে তান মুখ চাই।
যি বুলিলা ধনঞ্জয় শুনা মহাশয় ॥
হেন বাক্য শুনিয়া অৰ্জ্জুন ধনুৰ্দ্ধৰ।
কৃষ্ণক সম্বোধি হেন বুলিলা উত্তৰ ॥ ২২৮৪১
সুশৰ্ম্মা নৃপতি ভ্ৰাতৃ তৰ ধনুৰ্দ্ধৰ।
ডাক দিয়া হেৰা আসি মাগয় সমৰ ॥

বুলিয়োক কোন প্রভু কৰিবো উপায় ।
আপদত উদ্ধাৰা তুমিসে সমুদায় ॥ ২২৮৪২
গুৰু দ্রোণে শপত কৰিলা গুৰুতৰ ।
জীৱন্তে ধৰিবো যুধিষ্ঠিৰ নৰবৰ ॥
কি বুদ্ধি কৰিবো আৰে দেৱ দামোদৰ ।
কিবা সুশর্ম্মাক আমি কৰিবো সমৰ ॥ ২২৮৪৩
কিবা ধর্ম্মৰাজাক ৰাখিবো নাৰায়ণ ।
বোলা কেনমতে প্রভু ৰাখো সেনাগণ ॥
অর্জ্জুনৰ বচনে মাতিলা নাৰায়ণ ।
ইহাত অধিক তুমি নকৰা বিমন ॥ ২২৮৪৪
ধৃষ্টদ্যুম্ন থাকন্তে দ্রোণত নাহি ডৰ ।
প্রায়ে বেঢ়ি আছে নৰপতি দৃঢ়তৰ ॥
সৈন্য ৰাখি তাৰাসবে কৰন্ত সমৰ ।
এতেক বুলিলা পাচে দেৱ দামোদৰ ॥ ২২৮৪৫
তুমি সাজু হোৱা সুশর্ম্মাক কৰো ৰণ ।
বুলিলো অর্জ্জুন যত সখিৰ কাৰণ ॥
কৃষ্ণৰ বচনে স্বস্থ ভৈলন্ত অর্জ্জুন ।
ৰথ সাজ কৰায়ো আমাৰ নাৰায়ণ ॥ ২২৮৪৬
হেন বুলি ধর্ম্মক সম্বোধি সব্যসাচী ।
সুশর্ম্মায়ে সমৰ কৰন্ত আজি কাছি ॥
শুনা সভাসদ পদ মহাভাৰতৰ ।
দ্রোণপর্ব্ব নাম ইটো কথা মনোহৰ ॥ ২২৮৪৭
সংক্ষেপ কৰিয়া মই কৰো নিবন্ধন ।
শুনিয়োক কহো সংক্ষেপিবাৰ কাৰণ ॥
ভাৰত পুৰাণ কথা বাহুল্য বিস্তৰ ।
কলিৰ শেষত আতি অল্পমতি নৰ ॥ ২২৮৪৮
কৃষ্ণে সমে সুশর্ম্মাক আমি কৰো ৰণ ।
এথা তুমি সংযোগে ৰাখিয়ো সেনাগণ ॥
হেন বুলি কিৰীটি ৰথত দিলা পাৰ ।
দেৱদত্ত শঙ্খ ফুঙ্কি তেজিলন্ত ৰাৱ ॥ ২২৮৪৯
ধনুৰ টঙ্কাৰে পূৰিলন্ত দশোদিশ ।
সুশর্ম্মাৰ সেনাগণ পলাই চতুৰ্দ্দিশ ॥
কতো মূর্চ্ছা যায় কতো খড়্গ খসিল ।
হয় হস্তী সবে মূত্ৰ পুৰীষ তেজিল ॥ ২২৮৫০
হেন দেখি সুশর্ম্মা নৃপতি ধনুর্দ্ধৰ ।
অর্জ্জুনক প্রতি প্রহাৰিলা তিনি শৰ ॥
কৃষ্ণক হানিলা পাঞ্চ বাণ বামভুজে ।
একপাট বাণ হানিলেক কপিধ্বজে ॥ ২২৮৫১
ধ্বজৰ বানৰ গোটে পায়া শৰঘাৱ ।
আটাস তেজিলা তেহো আতি দীর্ঘৰাৱ ॥
বানৰৰ ৰাৱে সেনাগণ সমুদায় ।
হৃদয় কম্পিয়া মৰে কর্ণ ফাটি যায় ॥ ২২৮৫২
হেন দেখি অর্জ্জুনে কৰিয়া কোপ মন ।
সুশর্ম্মাৰ হৃদয়ে হানিলা পাঞ্চ বাণ ॥
সন্ধানে পৰিয়া হৃদি সৰকিয়া গৈল ।
যেন সর্পৰাজে নিজ গর্ত্তে বাসা লৈল ॥ ২২৮৫৩
সুশর্ম্মা নৃপতি আতিশয় ব্যথা পাইয়া ।
কর্ণমানে টানি সাত শৰে ভেদি কায়া ॥
তেজিল আটাস আতিশয় ঘোৰতৰ ।
হেন দেখি কোপ আতি ভৈল অর্জ্জুনৰ ॥ ২২৮৫৪
চাৰি শৰে চাৰি হয় কৰিলা বিনাশ ।
একশৰে সাৰথিক কৰিলা নৈৰাশ ॥
সুশর্ম্মাৰ ধ্বজক কাটিলা একশৰে ।
অষ্টাদশ শৰে হৃদি ভেদি নিৰন্তৰে ॥ ২২৮৫৫
হত ৰথ বিৰথা সাৰথি ৰথী হুয়া ।
ধনু ধৰি ৰণ কৰে ভূমিত নামিয়া ॥
হেন দেখি কৃতবর্ম্মা বীৰ ধনুর্দ্ধৰ ।
সুশর্ম্মাকো নিজ ৰথে তুলিয়া সত্বৰ ॥ ২২৮৫৬
একৰথে উঠি দুয়ো কৰিলা সমৰ ।
অর্জ্জুনকো প্রহাৰিলা নানাবিধ শৰ ॥
হেন দেখি অর্জ্জুনৰ মহাকোপ ভৈলা ।
টোনহন্তে শৰসব বাছি বাছি লৈলা ॥ ২২৮৫৭
চাৰিপাট শৰে চাৰি ঘোৰাক মাৰিলা ।
একশৰে সাৰথিগোটক বিনাশিলা ॥
সুশর্ম্মাক দশ শৰ হানিলা সন্ধানে ।
কর্ণমানে টানি শৰ মাৰিলেক টানে ॥ ২২৮৫৮
হত ৰথ সাৰথি যে ভূমিগত ভৈলা
ধনু ধৰি কৃতবর্ম্মা যুজিবাক লৈলা ॥

আপোন ৰাজাক ভূমিগত দেখি ৰণে।
সমৰ উদ্যোগে ধাইলা সংশপ্তকগণে ॥ ২২৮৫৯
কেহো গৈয়া অৰ্জ্জুনৰ ধৰিলন্ত ৰথে।
কেহো গৈয়া কৃষ্ণক ধৰিলা দুয়ো হাতে ॥
কতো জনে অৰ্জ্জুনৰ ধনু আজুৰিলা।
কৃষ্ণৰ হাতৰ কেহো চাবুক ধৰিলা ॥ ২২৮৬০
হেন দেখি ধনঞ্জয় অধিকে কিটাইলা।
চাৰি চাৰি শৰ সবে ধনুতে জুৰিলা ॥
বাণ হানি সবাকে কৰিলা কন্ধনাশ।
হস্তী ৰথ গজ বাজী কৰিলা বিনাশ ॥ ২২৮৬১
লক্ষকোটি সেনা যত সমৰে আছয়।
বাণ হানি সবাকে মাৰিলা ধনঞ্জয় ॥
হেনমতে সেনাগণ কৰিলেক নাশ।
ৰুধিৰে বহাইলা নদী সমৰে হতাশ ॥ ২২৮৬২
সঞ্জয় বদতি বৃদ্ধ অন্ধক ৰাজাত।
গুৰু দ্ৰোণে ৰণত যে কৰিলা সাক্ষাত ॥
ভগদত্ত বীৰে ঘোৰ কৰিলা সমৰ।
সিটো কথা কহো শুনিয়োক নৃপবৰ ॥ ২২৮৬৩
দ্ৰোণে ধৃষ্টদ্যুম্ন যুদ্ধ কৰে একপাশে।
আউৰ বীৰগণে যুদ্ধ কৰে চতুৰ্দ্দিশে ॥
বীৰে বীৰে গজে গজে লাগিলা সমৰ।
ৰথে ৰথে হয়ে হয়ে কৰন্ত প্ৰহাৰ ॥ ২২৮৬৪
ধনুকী ধনুকী খড়্গ হস্তে খড়্গ হস্তে।
মাহুতে মাহুতে ৰণ লাগিল সমস্তে ॥
ৰাহুতে ৰাহুতে ধ্বজে ধ্বজে ভৈলা ৰণ।
হেন ঘোৰ সমৰ লাগিল কতোক্ষণ ॥ ২২৮৬৫
সেহি সময়ত কামৰূপী মহাৰাজ।
সমৰক প্ৰতি তেহো ভৈল সবে সাজ ॥
ভিন্নে ভিন্নে প্ৰহাৰয় একৈক দন্তাল।
মহামত্ত গজসব প্ৰমত্ত বিশাল ॥ ২২৮৬৬
এক এক হস্তীক ৰাখন্ত ৰথ শত।
এক এক ৰথ ৰাখে ঘোঁৰা দুই শত ॥
একৈক ঘোঁৰাক ৰাখে ধনুকী দুই শত।
দেখন্তা জনৰ ভয় লাগে সমৰত ॥ ২২৮৬৭

একো ধনুকীক ৰাখে দ্বাদশ আৰণে।
হেনমতে ভগদত্ত চলিলেক ৰণে ॥
শ্বেতছত্ৰ চামৰে মণ্ডিত চতুৰ্দ্দিশে।
ক্ষুদ্ৰ ঘণ্টা আৰিলা ঘুঘুৰা চতুষ্পাশে ॥ ২২৮৬৮
জয়ঘণ্টা আৰিলা প্ৰত্যেকে গলে গলে।
কাম্পয় ৰথৰ ভৰে ধৰণীমণ্ডলে ॥
নানা মণি ৰত্নে অলঙ্কাৰ আভৰণ।
মুকুতাৰ মালা আৰে লম্বিত চৰণ ॥ ২২৮৬৯
গলে হেমমালা আৰো কিৰীটি আৰিলা।
নানা অলঙ্কাৰে ৰাজা সবে সুমণ্ডিলা ॥
ব্ৰাহ্মণ সজ্জন আৰো ভাট যত যত।
সুবৰ্ণ ৰজত দান দিলা কত কত ॥ ২২৮৭০
যাত্ৰা লৈয়া ভগদত্ত সমৰে চলিলা।
সহস্ৰ কিৰণে যেন সূৰ্য্যক বেঢ়িলা ॥
সুমঙ্গল কৰি ৰাজা ৰথে দিলা পাৱ।
কাকপক্ষী উৰাৱ কৰন্ত ঠাৱে ঠাৱ ॥ ২২৮৭১
বামৰ শৃগাল দক্ষিণক লাগি যায়।
অজগৰ সৰ্প আসি আগত ফোফাই ॥
হেন বিমঙ্গল দেখি ৰাজা ভগদত্ত।
ইক্ষু ভাঙ্গিবাক লাগি চলে ময়মত্ত ॥ ২২৮৭২
মহাগৰ্ব্বে ভগদত্তে কাহাকো নগণে।
ৰথত চৰিলা বীৰ মহাকোপ মনে ॥
ৰথে চৰি ধনুভিৰি কৰে শঙ্খ ৰোল।
জয়ঘণ্টা বজায়া বিশাল ঢাক ঢোল ॥ ২২৮৭৩
নানা বাদ্য বজায়া ৰথৰ উপৰত।
হেনমতে সমৰক গৈলা ভগদত্ত ॥
যুধিষ্ঠিৰ ৰাজাক দেখিলা সমৰত।
হস্তীদন্ত দিয়া ৰথ ভাঙ্গিলা সমস্ত ॥ ২২৮৭৪
ৰথ ভাঙ্গি সাৰথিক কৰিলা মথন।
হেনদেখি মহাগৰ্ব্বে বীৰ ভীমসেন ॥
ভগদত্ত আগে ভীম উপস্থিত যায়।
মহাকোপ কৰি ভীম অগনি পৰায় ॥ ২২৮৭৫
আক্ৰান্ত কৰিয়া ভীম হস্তীক জঙ্ঘাৰি।
ভীমৰ ৰথক প্ৰতি গৈলা অনুসৰি ॥

হস্তীদন্ত দিয়া উজাৰিলা ভগদত্ত।
ভীমৰ সেনাক মাৰিলন্ত সমৰত ॥ ২২৮৭৬
হেনমতে দন্তে উজাৰিয়া খেদি যায়।
নকুল সহদেৱৰ ৰথক মহাশয় ॥
আনো আনো বীৰ যত দেখিলা সমৰে।
ভগদত্ত ৰথ সেনা মাৰিলা সবাৰে ॥ ২২৮৭৭
কতো গজ ৰথ সেনা মাৰি সেহি ঠাৱে।
পাণ্ডৱী সৈন্যক খেদি মাৰে দন্তঘাৱে ॥
ভগদত্ত বীৰৰ দেখিয়া পৰাক্ৰম।
সবাহাকে সম্বোধিয়া মাতিলেক ধৰ্ম্ম ॥ ২২৮৭৮
শুনিয়ো সাত্যকি শুনিয়োক ভীমসেন।
ভগদত্ত বীৰে দেখা কৰিলেক কেন ॥
সবাৰে ৰথক বিনাশিলা বীৰবৰে।
একো বীৰ নুহি থিৰ তাহাৰ প্ৰহাৰে ॥ ২২৮৭৯
দুৰ্ব্বাৰ হস্তীক তাৰ দেখন্তে তৰাস।
তাক দেখি সেনাগণ পলাই দশোদিশ ॥
হেন আলোচিয়া যেৱে ৰাজা যুধিষ্ঠিৰ।
সমৰত দেখে সেনা মাৰে মহাবীৰ ॥ ২২৮৮০
মহাগজে ৰথ সৈন্য মাৰে চতুষ্পাশে।
ধূলিয়ে ঢাকিল সবে ৰবিৰ প্ৰকাশে ॥
ভগদত্ত বীৰে মাৰে সবে সেনাগণ।
সমৰভূমিত সম নোহে একোজন ॥ ২২৮৮১
হেনয় বিক্ৰম পাই সৈন্য সমুদায়।
সমৰ এৰিয়া সবে বিভঙ্গে পলায় ॥
নাহি বাদ্য ভণ্ড নাহি ধনুৰ টঙ্কাৰ।
দশোদিশে শুনি মাত্ৰ ধৰ মাৰ মাৰ ॥ ২২৮৮২
নাহি চিহ্ন দণ্ড ছত্ৰ নাহি মাতবোল।
কৌৰৱৰ শুনি মাত্ৰ বিপৰীত ৰোল ॥
ধনুৰ টঙ্কাৰে মাৰ মাৰ কৰে ৰোল।
নানা বাদ্য বজাৱে নিশান ঢাক ঢোল ॥ ২২৮৮৩
সসৈন্যে কৌৰৱ উৰ্ম্মি কৰে সমুদায়।
ভগদত্ত সঙ্গে পাণ্ডৱক খেদি যায় ॥
সঞ্জয়ক সম্বোধি মাতয় নৃপবৰ।
শুনিয়োক শুক তুমি আমাৰ উত্তৰ ॥ ২২৮৮৪
যেৱে পাণ্ডৱক ভঙ্গাই ভগদত্ত ৰণে।
সিবেলাত কৃষ্ণে সমে কি কৈলা অৰ্জ্জুনে ॥
সঞ্জয় বদতি শুনিয়োক কুৰুপতি।
অৰ্জ্জুনে কৰিলে যেন শুনিয়ো সম্প্ৰতি ॥ ২২৮৮৫
ভগদত্ত বীৰত হাৰিয়া সমুদায়।
সসৈন্যে পাণ্ডৱগণ বিভঙ্গে পলায় ॥
শুনি অৰ্জ্জুনৰ বৰ বিষাদক ভৈলা।
মনোদুখে কেশৱক মাতিবাক লৈলা ॥ ২২৮৮৬
ৰণে আগচুয়া আমি কৰিবো সমৰ।
বলে পৰাক্ৰমে মোক নাহি পটন্তৰ ॥
আৰো বিপৰীত হেন দেখিবো বিলয়।
কৌৰৱী সেনাৰ উৰ্ম্মি দেখি আতিশয় ॥ ২২৮৮৭
চিহ্ন দণ্ড ছত্ৰ তুলি ধৰি সমুদায়।
আক্ৰান্ত কৰিয়া দেখো উত্তৰক যায় ॥
সমৰ মধ্যত দেখিলেক কৌৰৱক।
পৃথিৱীৰ ধূলা উৰে দক্ষিণ দিশক ॥ ২২৮৮৮
আমাৰ সেনাৰ নুশুনয় মাতবোল।
বাদ্য ভণ্ড নিশান নবাৱে ঢাক ঢোল ॥
হস্তী ৰথ গজৰো আৰাৱ নজঙ্কাৰ।
শঙ্খ জয় নুশুনয় ধনুৰ টঙ্কাৰ ॥ ২২৮৮৯
চিহ্ন চোণ্ডা ছত্ৰ নোতোলয় দণ্ড ধৰি।
ইহাৰ অন্বয় মোত কহিয়ো মুৰাৰি ॥
অৰ্জ্জুনৰ মাত শুনি বুলিলা মাধৱ।
শুনিয়োক বোলো মোৰ সুহৃদ বান্ধৱ ॥ ২২৮৯০
দুৰ্য্যোধনে দ্ৰোণক পাতিলা সেনাপতি।
মহা ধনুৰ্দ্ধৰ বীৰ বিপুল শকতি ॥
তেহে ঘোৰতৰ কৰিলন্ত অঙ্গীকাৰ।
তেহে ৰণে জিনি মাৰে সৈন্যক আমাৰ ॥ ২২৮৯১
সমৰত ভঙ্গ আৰু দেখায়া সংশয়।
ভীমসেন সাত্যকীয়ো ৰণত দুৰ্জ্জয় ॥
দ্ৰোণৰ বধক উপজিলা ধৃষ্টদ্যুম্ন।
তেসম্বে আসন্ত কেনে হাৰিবেক ৰণ ॥ ২২৮৯২
নুহি এবে এসম্বাক নিবাৰিবে ৰণে।
কি কাৰণে মহাৰঙ্গ কৰে কুৰুগণে ॥

অঙ্গীকাৰ সাম্ফল কৰিয়া গুৰু দ্ৰোণে।
যুধিষ্ঠিৰ ৰাজাক ধৰিবে ঘোৰ ৰণে॥ ২২৮৯৩
তাহাৰ আভাস সবে সমৰ এৰয়।
পলায় সেনাগণ সবে হুয়া মহাভয়॥
কিবা নৰক-সুত বীৰ পৃথিৱীৰ নাতি।
কামৰূপে ৰাজা ভগদত্ত নৰপতি॥ ২২৮৯৪
দুৰ্ব্বাৰ দাৰুণ হস্তী কন্ধে চড়ি বীৰ।
পাণ্ডৱীসেনাক সবে কৰিয়া অথিৰ॥
হেন মোৰ মনে লয় শুন্না ধনঞ্জয়।
ঘৃত পাই অগ্নি যেন জ্বলন্তে আছয়॥ ২২৮৯৫
বোলা ভগদত্ত সম বীৰ নাহি কেৱ।
তাৰ মোৰ ঘোৰ যুদ্ধ কৰায়ো কেশৱ॥
যথা আছে ভগদত্ত হস্তীৰ কন্ধত।
অৰ্জ্জুনে বোলন্ত হৰি চলায়োক ৰথ॥ ২২৮৯৬
শীঘ্ৰ কৰি ডাকা ৰথ চলোহো এখনে।
স্বৰূপ জানিলো ৰাজা সাজি আইল ৰণে॥
কিঞ্চিত সমৰে তাত নাহি বুদ্ধি বল।
পুৰন্দৰ সমসৰ বলেও কুশল॥ ২২৮৯৭
ধৰণী তলত পেলাবোহো বীৰ বাছি।
ভগদত্ত সুশৰ্ম্মা গৰজে সব্যসাচী॥
যেৱে মহাবীৰৰ লাগিল ময়মত্ত।
নাহি পৃথিৱীত তুল্য সম সমৰত॥ ২২৮৯৮
ঐৰাৱত সমতুল্য গজ নাহি যাৰ।
কেমন শকতি তাক ৰণে জিনিবাৰ॥
সমৰক যতন কৰিয়া মহা ক্ৰোধে।
বিংশতি সাৰথি ৰথ চলে যূথে যূথে॥ ২২৮৯৯
এৰৈকেক দন্তাল তিনি তিনি প্ৰহৰৰ।
ৰথে চড়ি আগ ভৈলা কুলিশ সমৰ॥
সেনাক ভাঙ্গিতে বীৰ ক্ৰোধ কৰি মনে।
মহা ক্ৰোধে ধনুশৰ ধৰি তেতিক্ষণে॥ ২২৯০০
লগতে আসিল মহা চতুৰ্দ্দশ যূথ।
আপোন জ্যোতিক কৃষ্ণে কৈল উপক্ৰোদ্ধ॥
যত সৈন্য চতুৰ্ভুৰ্জ সবে নিৰন্তৰে।
চক্ৰ ধৰি গদা কেহো সবে খড়্গ ধৰে॥ ২২৯০১
হেন কোটি সেনাসব সংশপ্তকগণ।
তাহাক সম্মুখে কেনে কৰিবেক ৰণ॥
ত্ৰিংশ সপ্ত সেনা লৈয়া সুশৰ্ম্মা নৃপতি।
ৰণ কৰিবন্ত সিটো ঘোৰতৰ আতি॥ ২২৯০২
গুৰু দ্ৰোণে সিঠাৱতে সত্য কৰিলন্ত।
যুধিষ্ঠিৰ ৰাজাক জীৱন্তে ধৰিবন্ত॥
আলোচি কৃষ্ণক হেন বুলিলা বচন।
কোন বুদ্ধি কৰিবো বুলিয়ো নাৰায়ণ॥ ২২৯০৩
কিবা সংশপ্তক সেনা যূথক এৰিবো।
যুধিষ্ঠিৰ নৃপতিক কিবা খেদি যাইবো॥
হেন শুনি মাতিলন্ত দৈৱকীতনয়।
সংশপ্তকগণ মুহিয়োক ধনঞ্জয়॥ ২২৯০৪
মোহ লাজ বাণে মোহিয়োক সৈন্যগণ।
যুধিষ্ঠিৰ পাশে পাছে কৰিয়ো গমন॥
হেৰা দেখা আমাথেৰ যত সৈন্য বল।
কৌৰৱৰ বল দেখো আমাৰ নিৰ্ব্বল॥ ২২৯০৫
ভগদত্ত বীৰে ঘোৰ কৰিলা সমৰ।
হেন দেখা সৈন্যক পীড়িলে নিৰন্তৰ॥
হেন জানি ধনঞ্জয় কৰিয়ো সমৰ।
সংশপ্তকগণক কৰিয়োক ধাৰে শৰ॥ ২২৯০৬
কৃষ্ণৰ বচনে তান ছেদিলা সংশয়।
মাৰো সংশপ্তকগণ বোলে ধনঞ্জয়॥
ৰথ বাহুড়াইয়া-যে অৰ্জ্জুন মহাবীৰ।
সহস্ৰেক ৰথ মাৰিলেক একেশ্বৰ॥ ২২৯০৭
দেখি কৌৰৱৰ পাচে মনে মহাৰাগ।
কৰ্ণ দুৰ্য্যোধন সেনা ভৈলা দুই ভাগ॥
আউৰক আউৰে কৰিলেক শৰচয়।
ভয়হন্তে সাৰথি গুচিলা আতিশয়॥ ২২৯০৮
হেন দেখি কিৰীটি ধনুক বলে টানি।
সবাহাক্কে ধনঞ্জয় পঠাইলেক হানি॥
সেহি শৰে সবাকো ভেদিলা মহাবীৰে।
হয় হস্তী ৰথক কাটিলা বাহুজোৰে॥ ২২৯০৯
টোনবাণ সবাৰো কাটিলা অঙ্গ নাথ।
কাটিলন্ত ধনুসমে ধ্বজ অসংখ্যাত॥

অগম্য ভৈলেক ৰণ ঘোৰতৰ ভৈলা।
দেখি মাধৱৰ মনে বিস্ময়ক ভৈলা ॥ ২২৯১০
আগে কৰযোৰে হেন বদতি দৈত্যাৰি।
তুমি যে কৰিলা যম কুবেৰ নপাৰি ॥
আপুনি সাজিয়া যেৱে আসে দেৱৰাজ।
তাহান শকতি নাই কৰে হেন কাজ ॥ ২২৯১১
[illegible]কোটি সেনা একলগে ভৈলা হত।
এৱে ৰথ বাহা যথা আছে ভগদত্ত ॥
অৰ্জ্জুনক কৃষ্ণে প্ৰশংসিল মহাশয়।
কৃষ্ণে সম্বোধিয়া মাতিলন্ত ধনঞ্জয় ॥ ২২৯১২
দেখিলাহা সংশপ্তকগণক ৰণে হত।
ৰথ বাহা যথাত আছয় ভগদত্ত ॥
মহামন পৱন;ৰথৰ হয় চাৰি।
বায়ুবেগে চলিলা ৰথক চাতিমাৰি ॥ ২২৯১৩
চিকিমিকি কৰে ৰথ সুৱৰ্ণ পাথৰ।
যথা আছে বীৰ ভগদত্ত নৃপবৰ ॥
আছন্ত পাণ্ডৱ যেৱে দ্ৰোণ পৰাভৱ।
পাচত সুশৰ্ম্মা খেদি আসে সবান্ধৱ ॥ ২২৯১৪
হেন শুনি সব্যসাচী সাৰথি মাতিল।
দেখা দেখা সুশৰ্ম্মা যে মোক খেদি আইল ॥
উত্তৰত ৰাজা ভগদত্ত ভাৱে ভাৱে।
সামৰাজ লৈয়া সিটো মহাক্ৰোধে ধাৱে ॥ ২২৯১৫
ইহাক যুজন্তা পৰিৱন্তি লাগে ভয়।
ইহাক গুণন্তে হৰি দগধ হৃদয় ॥
অৰ্জ্জুন বদতি শুনিয়োক হৃষীকেশ।
মনে গুণি আপুনি দিয়োক উপদেশ ॥ ২২৯১৬
বুলিয়োক মনে গুণি আপুনি শাশ্বত।
জানি শুনি কৃষ্ণে আগবাঢ়ি দিলা ৰথ ॥
যুদ্ধত আছন্ত ত্ৰিজগত অধিপতি।
পৱন সঞ্চাৰে ৰথ বাহিলা সাৰথি ॥ ২২৯১৭
প্ৰথমতে অৰ্জ্জুনে মাৰিলা শত শৰ।
দূৰতে ভেদিলা সুশৰ্ম্মাৰ কলেৱৰ ॥
ধনুখান টানিয়া অপৰ তিনি শৰে।
ছয় শৰে ভেদিলন্ত আত অনন্তৰে ॥ ২২৯১৮

ৰথ ধ্বজ সাৰথি সবাকো বৰ ৰাগে।
দশ শৰে ৰাজাক তাড়িলা মহাবেগে ॥
শৰে ফুটি সুশৰ্ম্মাৰ কোপিত হৃদয়।
দীঘল বৰ্ত্তুল স্থূলন্তৰ লোহাময় ॥ ২২৯১৯
হানিলা শকতি সৰ্পৰাজ সমসৰ।
অৰ্জ্জুনক লাগি বায়ুবেগে যাই খৰ ॥
আনো তাৰ মহাৰথী পৰিলেক ৰণে।
অবিৰোধে একো বীৰ নথাকিল মনে ॥ ২২৯২০
সবাহাকে একেশৰে তাড়ি ধনঞ্জয়।
কৌৰৱৰ বৰ ভয় মিলিল সংশয় ॥
অৰ্জ্জুন ভৈলন্ত বহ্নি কুৰুবল বন।
সহিতে নপাৰে তাৰ শৰৰ দহন ॥ ২২৯২১
সৈন্যক কাটিয়া বৰষিলা শৰচয়।
যথাৰত কৰিয়া বধিলা ধনঞ্জয় ॥
পুনৰপি অৰ্জ্জুনে গাণ্ডীৱ ধৰি কৰে।
মোহন বাণক মাৰিলেক মহাবীৰে ॥ ২২৯২২
সংশপ্তকগণক মুহিলেক ধনঞ্জয়।
যথা আছে ভগদত্ত মিলিলন্ত তয় ॥
সৰ্প দেখি গৰুড়ে ধাৱয় যেন নয়।
ভগদত্ত ৰাজাক ধাইলেক ধনঞ্জয় ॥ ২২৯২৩
বৈৰমান সদন বদন পৰায়ণ।
অৰ্জ্জুনে কৰন্তে শৰ সবাকে নিৰ্য্যাণ ॥
শৰ চাপ সুদৃঢ় ধৰিলা ধনুশৰ।
দেখি ভয় ভৈলা সবে কৌৰৱ কিঙ্কৰ ॥ ২২৯২৪
বিবৰ্ণ বদন প্ৰজা তৱধ পৰায়।
ইন্দ্ৰে যেন পৰ্ব্বত ভেদিলা বজ্ৰ ঘাই ॥
বিজয়ক ভয় যিটো পৰাজয় পাই।
সহস্ৰ যুজাৰু বীৰ আলোচি উপায় ॥ ২২৯২৫
দশো দিশ ঢাকিয়া তাড়িলা বাণ ঘাই।
মহাবীৰ অৰ্জ্জুনে হানিলা সেহিপ্ৰায় ॥
মহাপ্ৰলয়ৰ যেন প্ৰচণ্ড পৱন।
সেহিমতে কৌৰৱদলক কৈলা ছন্ন ॥ ২২৯২৬
কৌৰৱী সেনাক সব্যসাচী সেহিমতে।
সৈন্য ভঙ্গ দেখি ৰাজা ধাইলা ভগদত্তে ॥

আগে ভগদত্ত গজ কন্ধে চড়ি যাই।
পাচে সেহি গজে অৰ্জ্জুনক লাগ পাই ॥ ২২৯২৭
অৰ্জ্জুনৰ ৰথে লগাই কৰে হুলস্থুল।
গজ বাজী ধ্বজে লাগি গৈলেক তুম্বুল ॥
সজল জলদ নীল সদৃশ কুঞ্জৰ।
তাৰ কন্ধে ভগদত্ত যেন পুৰন্দৰ ॥ ২২৯২৮
অৰ্জ্জুনক শৰ কৰিলেক বৰ টানে।
অৰ্জ্জুনৰ ললাটত ফুটিলা সন্ধানে ॥
শৰ ফুটাইলন্ত ভগদত্ত অন্ধকাৰে।
বাঢ়িলন্ত গজ ৰথ পৱন সঞ্চাৰে ॥ ২২৯২৯
কোপিত শৰীৰে বাঢ়ি আসে ভগদত্ত।
তাক প্ৰহাৰিবে লাগি বাঢ়িলেক ৰথ ॥
দেৱ দ্বিজ গুৰুক সুমৰি ধনঞ্জয়।
ৰণক সম্মুখে বাঢ়িলন্ত ধনঞ্জয় ॥ ২২৯৩০
ভগদত্ত ৰাজা আসি পাইলা গজ কন্ধে।
প্ৰলয় মিলিল মহা দুইৰো ঘোৰদণ্ডে ॥
নৃপতি বদতি শুনিয়োক মোৰ বাণী।
সংশয় ছেদিয়া মোত কহিয়ো কাহিনী ॥ ২২৯৩১
পাণ্ডু ভগদত্ত প্ৰবেশিলা যুজিবাক।
দুয়ো মহাৰথী ৰথে কি কৰিলে কাক ॥
সঞ্জয় বদতি ধৃতৰাষ্ট্ৰক শুনাই।
গৈলা ভগদত্ত ৰাজা অৰ্জ্জুনক ধাই ॥ ২২৯৩২
দুয়ো প্ৰবেশিলা যেন যমৰ পুৰত।
দেখি প্ৰজাগণে সবে বৰ ভয় ভীত ॥
পুনৰপি ভগদত্ত ৰাজা মহাশয়।
অৰ্জ্জুনক ধাইলা যেন অপনি পৱায় ॥ ২২৯৩৩
ত্ৰিপুংখ সদৃশ শৰ অগনি সমান।
সাৰথিক প্ৰতি প্ৰহাৰিলা সেহি বাণ।
ফুটিলা দৈৱকীসুত ভগদত্ত শৰে।
ৰথত আছন্তে আতিশয় ব্যথা কৰে ॥ ২২৯৩৪
কৰ্ণপুৰি মাৰিলা সৰকি গৈল বাণ।
ভল্লশৰে অৰ্জ্জুনে কৰিলা খান খান ॥
কৰে ধৰি আছন্তে কাটিলা শৰ ধনু।
কাটিলন্ত কৱচ উদাস ভৈলা তনু ॥ ২২৯৩৫

পৰিহাস কৰি ধনঞ্জয়ে বোলে বাক।
এৰে ভগদত্ত ৰাজা যুজিবি কাহাক ॥
চতুৰ্দ্দশ শৰ যে গুণত দিলা আনি।
ৰত্ন বিৰচিত যেন জ্বলন্তে অগনি ॥ ২২৯৩৬
অৰ্জ্জুনৰ শৰ যে ৰাজাক যাই খেদি।
একৈকক তিনি খণ্ড কৈলা বীৰে ছেদি ॥
ৰাজাৰ গাৰক ঢাকি বহয়ে ৰুধিৰ।
পৰ্ব্বতৰ পৰা যেন বহে গেৰুধাৰ ॥ ২২৯৩৭
সেহি গজে বিমৰষি চড়ি মহাশয়।
সাৰথিক প্ৰতি প্ৰহাৰিল লোহাময় ॥
অৰ্জ্জুনে দেখন্ত শৰীৰক আসে ধাই।
পথতে শকতি কাটিলন্ত বেলেগাই ॥ ২২৯৩৮
ৰথক ধ্বজক সাৰথিক বৰ টানে।
দশ শৰ সাৰথিক হানি মৰ্ম্মস্থানে ॥
দুনাই হানিলেক কঙ্কপত্ৰ শৰচয়।
ৰাজাৰ শৰীৰে ফুটিলেক আতিশয় ॥ ২২৯৩৯
ৰাজাও মাৰিলা কঙ্কপত্ৰ এক শৰ।
অৰ্জ্জুনৰ মাথাত পৰিলা নিৰন্তৰ ॥
মাথাৰ উপৰে আছে এক অলঙ্কাৰ।
সৰ্ব্বজনে বাখানে কিৰীটি নাম যাৰ ॥ ২২৯৪০
উফৰি পৰিলা সেহি কঙ্কপত্ৰ শৰে।
দুনাই অৰ্জ্জুনে তাক আনি পিন্ধি শিৰে ॥
অৰ্জ্জুনে বোলয় শুন ৰাজা ভগদত্ত।
কাৰ্য্যত জানিলো তোৰ যি দূৰ শকত ॥ ২২৯৪১
তোমাৰ সমান ধনুৰ্ব্বেদী আন নাই।
অস্ত্ৰে শস্ত্ৰে শাস্ত্ৰে সৰ্ব্ব কাৰ্য্যত জনায় ॥
একশৰে মাথাৰ কিৰীটি পালটাইলা।
বীৰত্ব দৰশি মান বহুতৰ পাইলা ॥ ২২৯৪২
পৰিহাস কৰিয়া মাতন্ত ধনঞ্জয়।
শুনি ভগদত্ত ৰাজা আনন্দ কৰয় ॥
অৰ্জ্জুনক সাৰথিক কৰি শৰবৃষ্টি।
ঢাকিলেক দিশপাশ অন্ধকাৰ দৃষ্টি ॥ ২২৯৪৩
শৰ সহি অৰ্জ্জুনে আপুনি নিলা বাণ।
ভগদত্ত ৰাজাৰ কাটিলা ধনুখান ॥

কাটিলন্ত টৌন বাণ অৰ্জ্জুনৰ শৰে ।
শৰে মৰ্ম্মস্থানক ভেদিলা নিৰন্তৰে ॥ ২২৯৪৪
মৰ্ম্মস্থান ভেদিয়া ব্যথিত ভৈলা টান ।
ভগদত্তে লৈলা বাছি অস্ত্ৰ নাৰায়ণ ॥
মন্ত্ৰ অভিষেক কৰি অগ্নিসম জ্যোতি ।
ক্ষেপিলন্ত শৰ পাচে অৰ্জ্জুনক প্ৰতি ॥ ২২৯৪৫
সমস্তকে ব্যাপি আসে শৰ সমুদায় ।
মহাবহ্নিকুণ্ড যেন জ্বলন্তে আছয় ॥
মাধৱে জানিলা অৰ্জ্জুনক আসে ধাই ।
অৰ্জ্জুনক পাচ কৰি আগ ভৈলা যায় ॥ ২২৯৪৬
অৰ্জ্জুনক ঢাকি গোপৰূপ ধৰি হৰি ।
আপোনাৰ হৃদয় পাতিলা ভাল কৰি ॥
শৰ পৰি কৃষ্ণৰ দ্বিগুণ ভৈল কালা ।
হৃদয়ৰ মাজে যেন বৈজয়ন্তী মালা ॥ ২২৯৪৭
অৰ্জ্জুনে বুলিলা তাক কোপ কৰি মন ।
হে কৃষ্ণ অন্যায় কৰিলা কি কাৰণ ॥
ৰথৰ সাৰথি ৰথ বাঢ়িবাক কাজি ।
কমন কাৰণে আগ হুয়া যুজা আজি ॥ ২২৯৪৮
কিবা মই আশাকত আকলিয়া মনে ।
কিবা পৰাজয় মোৰ দেখিলা আপুনে ॥
তিনিয়ো লোকত সুৰ মুনি যত লোক ।
আমি ধনুৰ্দ্ধৰ তিনি জগতে বেকত ॥ ২২৯৪৯
লগত আছয় টৌন গাণ্ডীৱ কৰত ।
আনি যতমান তাক যুজিতে শকত ॥
তোমাৰ আগত আমি থিত ভগদত্ত ।
মোক আগকৰি হৰি যুজা কেনমত ॥ ২২৯৫০
কৃষ্ণক সম্বোধি পাচে বিজয় বদতি ।
পূৰ্ব্বত বুলিলা মই ৰথৰ সাৰথি ॥
সিসব বচন কেনে সবে পাসৰিলা ।
প্ৰতিজ্ঞাক নৰাখিয়া কি কৰ্ম্ম কৰিলা ॥ ২২৯৫১
গোবিন্দ বদতি শুনিয়োক সব্যসাচী ।
ভগদত্তে শৰপাট প্ৰহাৰিলা বাছি ॥
ইহাক ৰাখন্তা নাহি ত্ৰিভুৱন মাজে ।
হেন শৰৰাজ নাহি কেহো সামৰাজে ॥ ২২৯৫২
সম্প্ৰতিকে কহো মই পূৰ্ব্বৰ যত কথা ।
এহি শৰপাট ভগদত্তে পাইলে যথা ॥
চাৰিবিধ ৰূপ আপোনাৰ যেন ঠান ।
অৰ্জ্জুনে শুনন্তে কথা কহে ভগৱান ॥ ২২৯৫৩
এক ৰূপে আমি তাৰ তপক আচৰো ।
আউৰ ৰূপে আমি জগতৰে কৰ্ম্ম কৰো ॥
আউৰ ৰূপে মনুষ্য লোকত লওঁ ঠাৱ ।
সেহি কৰ্ম্ম চিন্তোহো যাহাৰ যেন ভাৱ ॥ ২২৯৫৪
অপৰেক ৰূপ ধৰো তাত অনন্তৰে ।
সহস্ৰ বৰিষ থাকো জলৰ ভিতৰে ॥
সম্ৰহ বৎসৰে অনন্তৰ সিঠাৱত ।
আমাত ভকতি সুৰাসুৰ নৰ যত ॥ ২২৯৫৫
সেহি বৰ দিবোহো যাহাৰ যেন কাম ।
পৃথিৱীৰ তনয় নৰকাসুৰ নাম ॥
তাক লাগি বৰক মাগিলা আতিশয় ।
দেৱ দানৱক জিনে আমাৰ তনয় ॥ ২২৯৫৬
হেন শুনি অস্ত্ৰক স্ৰজিলো মই তাক ।
দেৱাসুৰে নপাৰয় তাৰ মহিমাক ॥
পৰম পাৱক অস্ত্ৰ-শস্ত্ৰ মধ্যে সাৰ ।
বৰ পাইয়া বসুমতী আনন্দ অপাৰ ॥ ২২৯৫৭
বৰ পাইয়া সন্তোষে জগতি চলি গৈলা ।
বৈৰমান মৰ্দ্দন নৰকাসুৰ ভৈলা ॥
এহি অস্ত্ৰে জিনিলেক তিনিও জগত ।
ত্ৰিভুৱনে তাক সম নভৈলা ৰণত ॥ ২২৯৫৮
পূৰ্ব্বতো দেৱৰ অস্ত্ৰে হিতাগত চিন্তি ।
মাৰিলো নৰকাসুৰ সমৰে বিগুটি ॥
এৱে ভগদত্তক মাৰিয়ো ঘোৰ শৰে ।
এতেক বচন বুলিলেক দামোদৰে ॥ ২২৯৫৯
নৰকাসুৰৰ অস্ত্ৰ পাইলা ভগদত্তে ।
অমোঘ শকতি তাক জানা ভালমতে ॥
এহি অস্ত্ৰে জিনিলেক তিনিও জগত ।
গোবিন্দে বোলন্ত কথা কহিলো সমস্ত ॥ ২২৯৬০
কৃষ্ণে হেন কহিলেক পূৰ্ব্বকথা যত ।
হেন শুনি অৰ্জ্জুনৰ ৰঞ্জ ভৈলা চিত্ত ॥

হানিল সহস্রবাণ স্ফুটি সর্ব্বগাৰে।
সামৰিবা ভগদত্ত বুলি দীৰ্ঘৰাৰে ॥ ২২৯৬১
অপৰ নাৰাচপাট হানি মহাবীৰে।
ভেদিলা গজৰ দুই কুম্ভৰ ভিতৰে ॥
নিশিত দুৰ্ব্বল হস্তী ভৈলা বৰটানে।
যেন মহাগিৰিক পাৰিলা বজ্র বাণে ॥ ২২৯৬২
শৰঘাৰে হস্তীচয় ভৈ গৈল দুৰ্ব্বল।
ভূমি আৰোহিল নিয়া দশন যুগল ॥
সেহি সময়ত মাতিলন্ত দামোদৰে।
হস্তীবৰ পৰে শিৰ ছেদিয়ো সত্বৰে ॥ ২২৯৬৩
গদাধৰি ভূমিত নামিল ভগদত্ত।
কেহো সমৰক আৰ নুহিবে শকত ॥
পৃথিবীত নহৌক যে দিয়া আছো বৰ।
মোহোৰ উপৰে মৃত্যু নহৌক সত্বৰ ॥ ২২৯৬৪
হেনবৰ পাইয়া সিটো বীৰ ভগদত্ত।
কাহাকো নগণে ৰণে দেখে তৃণৱত ॥
দেখন্তে অৰ্জ্জুনে গজ নিজম পৰিলা।
গজহত দেখি পুনৰপি শৰ লৈলা ॥ ২২৯৬৫
আৰো ভগদত্তক পীড়িলা ধনঞ্জয়।
অৰ্দ্ধচন্দ্র হানি তাৰ ভেদিলা হৃদয় ॥
কাষ বক্ষস্থল পিঠি কটি চাৰি পাশ।
গিৰিৰ উপৰে যেন ফুলিলা পলাশ ॥ ২২৯৬৬
শৰহানি ভগদত্ত শিৰগোটা ভেদি।
সম্পুৰ্ণ কমল যেন পেলাইলেক ছেদি ॥
গজকন্ধে চড়িয়া পৰিল অহঙ্কাৰে।
যেন পৰ্ব্বতৰ বৃক্ষ উভৰিয়া পৰে ॥ ২২৯৬৭
গজকন্ধে চড়ি ভগদত্ত পৰি গৈল।
বৈৰী হত দেখি অৰ্জ্জুনৰ ৰঙ্গ ভৈল ॥
পুংখিত কৰ্ণক তাৰ আৰ্ত্তি থূলন্তৰ।
ভাগিয়া পৰিল যেন গিৰিৰ শিখৰ ॥ ২২৯৬৮
সেহিমতে ভগদত্ত পৰি থূলন্তৰ।
মহামত্ত গজে চড়ি পৰে আথান্তৰ ॥
হস্তীসমে ভগদত্ত পৰিবাৰ দেখি।
কেশৱ বদতি শুনিয়োক প্ৰাণসখি ॥ ২২৯৬৯
বচনেক বোলো তাক শুনিয়ো সাম্প্রত।
হেন জানি প্ৰাণসখি চিন্তিয়ো মনত ॥
কৃষ্ণৰ বচনে মাতিলন্ত ধনঞ্জয়।
আমি নজানোহো প্ৰভু ইহাৰ অন্বয় ॥ ২২৯৭০
যেনমতে ৰক্ষা যায় তযু সৈন্যগণ।
আপদে উদ্ধাৰা প্ৰভু তুমি নাৰায়ণ ॥
অৰ্জ্জুনৰ বচনে মাতিলা দামোদৰ।
ভীমক সম্মুখি পাছে বুলিলা সত্বৰ ॥ ২২৯৭১
ইটো ৰথ আসি যেৱে পৰে ৰণস্থল।
আমাৰ সৈন্যক তেৱে মাৰিবে সকল ॥
হেন জানি তুমি বীৰ পৱননন্দন।
আপোন পিতৃক তুমি কৰিয়ো স্মৰণ ॥ ২২৯৭২
তব পিতৃসখা আসি হৈব অনুবল।
গদা আগে ক্ষেপা তুমি গগনমণ্ডল ॥
ভীমৰ মনত ভৈলা কৃষ্ণৰ বচন।
আপোন পিতৃক ভীমে কৰিলা স্মৰণ ॥ ২২৯৭৩
মাৰুতৰ পথে বায়ু জানিয়া তেখন।
ভীমৰ আগত আসি ভৈলা উপসন্ন ॥
পিতৃক দেখিয়া বীৰে কৰি নমস্কাৰ।
পদধূলি শিৰে তুলি লৈলেক পিতাৰ ॥ ২২৯৭৪
যি বলে ভাঙ্গিলা পিতৃ মেৰুৰ শিখৰ।
গগনমণ্ডলে ৰথ ক্ষেপিয়ো সত্বৰ ॥
পুত্ৰৰ বচন শুনি চলিলা পৱন।
প্ৰলয়ৰ বায়ু যেন ভৈলা তাৱক্ষণ ॥ ২২৯৭৫
কেশৱ বদতি যে ভীমৰ মুখ চাই।
গদা পাতি ৰথখান তোলা আলগাই ॥
অধৰ কামুৰি ভীমসেন ধনুৰ্দ্ধৰ।
গদাৰ আগত ধৰিলন্ত ৰথবৰ ॥ ২২৯৭৬
ভগদত্ত মুখ চাই বোলে ভীমসেন।
মোক সম বীৰ নাই তিনিয়ো ভুৱন ॥
এহি বুলি ৰথৰ আগত গদা দিলা।
ছত্ৰৰ আকাৰ কৰি তুলিয়া ধৰিলা ॥ ২২৯৭৭
উৰ্দ্ধক ক্ষেপিলা যেন তাৰা সঞ্চৰিল।
সাতবাৰ আথাৰ উপৰে পাক দিল ॥

অস্ত্ৰবল দিতে কৃষ্ণে দিলা বামহাতে।
চমুৰণে উৰুৱাইলা মাৰুতৰ পথে॥ ২২৯৭৮
সঞ্জয় বদতি শুনিয়োক কুৰুপতি।
দেখিয়ো ভীমৰ কেন বলৰ শকতি॥
তিনি প্ৰহৰৰ পথ একৈক দন্তাল।
হেন সহস্ৰেক হস্তী প্ৰমত্ত বিশাল॥ ২২৯৭৯
হেন ৰথ গদাৰ আগত লৈলা তুলি।
উৰায় পঠাইলেক ৰথ আকাশক বুলি॥
মাৰুতৰ পথে গৈয়া পৰিল সমস্তে।
সদায় ফুৰন্ত সিটো ভ্ৰমন্তে ভ্ৰমন্তে॥ ২২৯৮০
ৰথক উৰাইলা দেখি পাচে হৰ্ষমন।
থাকিলন্ত আস্ফোট কৰিয়া ভীমসেন॥
কৌৰৱৰ সেনায়ে দেখিয়া ভৈলা ভয়।
পাণ্ডৱৰ সেনাসবে কৰে জয় জয়॥ ২২৯৮১
সঞ্জয় বদতি শুনিয়োক কহো কথা।
ভগদত্ত বিনাশত যি ভৈল অৱস্থা॥
তোমাৰ তনয়ে মহা মনোদুখে আতি।
ভূমি চাই ক্ষণেক আছিলা নৰপতি॥ ২২৯৮২
ৰাজায়ে বোলন্ত শুনিয়োক পাত্ৰচয়।
অৰ্জ্জুন মনুষ্য নুহি জানিবা নিশ্চয়॥
এতেকে জানিবা যাৰ কেশৱ সাৰথি।
তাহাক জিনিবে কাৰ বাপৰ শকতি॥ ২২৯৮৩
যাহাক সমুখ নুহি ইন্দ্ৰ দেৱৰাজ।
ভগদত্ত বিনে মোৰ নোশোভে সমাজ॥
কাহাত কহিবো বুলি আলোচন্ত মনে।
কৃষ্ণ-অৰ্জ্জুনক কোনে সম হৈবে ৰণে॥ ২২৯৮৪
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
ধৃতৰাষ্ট্ৰ নৃপতিত কহন্ত সঞ্জয়॥
এহিমতে শোকাকুলে আছন্ত নৃপতি।
দুৰ্য্যোধন ৰাজা বোলে মনদুখে আতি॥ ২২৯৮৫
মহাবীৰ ভগদত্ত গৈলা যমালয়।
জানিলো আমাৰ আৰে মিলিল সংশয়॥
ভগদত্ত ৰাজাৰ শোকত দুৰ্য্যোধন।
বিস্ময় লভিয়া পাছে কৰন্ত ক্ৰন্দন॥ ২২৯৮৬

সঞ্জয় বদতি শুনিয়োক নৰপতি।
প্ৰথম দিনৰ যুদ্ধ ভৈল সমাপতি॥
শুনিয়োক সভাসদ পদ ভাৰতৰ।
ৰাম ৰাম বুলি গতি সাধা নিৰন্তৰ॥ ২২৯৮৭

---

### ভগদত্তৰ মৃত্যুত দুৰ্য্যোধনৰ শোক আৰু দ্ৰোণৰ লগত মন্ত্ৰণা

#### পদ

ৰাজা ধৃতৰাষ্ট্ৰে বোলে কহিয়ো সঞ্জয়।
পাচে দুয়ো দলে যুদ্ধ ভৈলা কেন নয়॥
দাৰুণ সমৰে ভগদত্ত ভৈলা হত।
পাচে কেন যুদ্ধ ভৈল কহিয়ো সমস্ত॥ ২২৯৮৮
সঞ্জয় বদতি শুনিয়োক নৰেশ্বৰ।
যেন যুদ্ধ ভৈল পাচে আত অনন্তৰ॥
যেৱে ভগদত্ত পৰি গৈল যমঘৰ।
সেহি সময়ত অস্ত ভৈলা দিবাকৰ॥ ২২৯৮৯
ভগদত্ত হত ভৈলা শুনিয়ো নৃপতি।
মহা মিত্ৰ বুলি শোক কৰে কুৰুপতি॥
হৰি হৰি সখি তুমি গৈলা পৰলোক।
কিনো কৰি দাৰুণ সন্তাপ দিলা মোক॥ ২২৯৯০
পিতামহ হত ভৈল পাইলো বৰ ত্ৰাস।
তোমাত কৰিলো পাচে সমৰক সাস॥
তুমিও পৰিলা মোৰ কৰ্ম্মৰেসে ফলে।
জানিলো পাণ্ডৱে ৰাজ্য পাইব অবিকলে॥ ২২৯৯১
সুৰাসুৰ নৰ নোহে তোমাৰ সমান।
অৰ্জ্জুনৰ শৰে পৰি গৈলা যমস্থান॥
কোন থানে গৈলা প্ৰাণসখি ভগদত্ত।
তোমাৰ সমান মিত্ৰ নাহি সংসাৰত॥ ২২৯৯২
ভগদত্ত শোকে ৰাজা বাতুল আকাৰ।
নয়নৰ হন্তে বহি যায় জলধাৰ॥
অনন্তৰে সন্ধ্যাকাল ভৈল উপসন্ন।
মহা অন্ধকাৰ নাহি ৰবিৰ কিৰণ॥ ২২৯৯৩
ৰণস্থলী মাজে শোক কৰে কুৰুৰাজ।
তথাত মিলিল যত নৃপতি সমাজ॥

কৰ্ণ গুৰুদ্ৰোণ শল্য বাৰ কৃতবৰ্ম্মা।
দুঃশাসন শকুনি দুৰ্ম্মুখ অশ্বত্থামা ॥ ২২৯৯৪
কাম্বোজ নৃপতি বিবিংশতি বিৰোচন।
বিন্দ অনুবিন্দ শ্ৰুতায়ুধ সুদৰ্শন ॥
আনো যত বীৰগণ কৌৰৱী দলৰ।
ৰাজাক উপাসি থাকি গৈলা নিৰন্তৰ ॥ ২২৯৯৫
কেহো জন কাহাকো নকৰে সম্ভাষণ।
নাহি দম্ফ নাহি দন্ত তৰ্জ্জন গৰ্জ্জন ॥
কুৰুপতি দেখিলা আন্ধিলা ৰাজাচয়।
ভগদত্ত নৃপতিক সুমৰি কান্দয় ॥ ২২৯৯৬
পূৰ্ব্বজন্মে কিনো ঘোৰ আচৰিলো পাপ।
সিকাৰণে পাইলো মই দাৰুণ সন্তাপ ॥
সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
যেন কথা ভৈল পাচে আত অনন্তৰ ॥ ২২৯৯৭
ভগদত্ত নৃপতিৰ প্ৰিয়া পটেশ্বৰী।
পদ্মৰেখা নামে কন্যা পৰম সুন্দৰী ॥
স্বামীৰ মৰণ শুনি পৰম বিকলে।
ধৰণীত পৰি কান্দে হাকুলে ব্যাকুলে ॥ ২২৯৯৮
তাপ পৰিহৰি সুস্থ কৰিলেক মন।
নৃপতিৰ সমীপক কৰিলা গমন ॥
কন্যাক দেখিয়া শোক চৰিলা ৰাজাত।
সৰল বৃক্ষত যেন পৰিল নিৰ্ঘাত ॥ ২২৯৯৯
শোকাকুলে কন্যাৰ আকুল মুখ দেখি।
হা মিত্ৰ বুলি শোকে কৰে অধোমুখি ॥
পদ্মৰেখা বোলে কথা শুনিয়ো নৃপতি।
তাপ পৰিহৰি সুস্থ কৰিয়োক মতি ॥ ২৩০০০
স্বামীৰ লগত মই যাওঁ অনুমতি।
হেন জানি চিতা সাজি দিয়োক নৃপতি ॥
হেন শুনি পাচে দুৰ্য্যোধন আদেশিলা।
অগুৰু চন্দনে চিতাখান বিৰচিলা ॥ ২৩০০১
ভগদত্ত শৰীৰক তাহাত তুলিলা।
মন্ত্ৰ পঢ়ি কন্যায়ে মুখত অগ্নি দিলা ॥
অসংখ্য কলসে ঘৃত ঢালিলা বিস্তৰ।
উঠিলা সুৰভি ঘ্ৰাণ চন্দন কাষ্ঠৰ ॥ ২৩০০২

অনন্তৰে বৰনাৰী কাশ্যপ দুহিতা।
দেৱগণ সাক্ষী কৰি আৰোহিলা চিতা ॥
ভগদত্ত শৰীৰক সাৱটি ধৰিলা।
মন্ত্ৰন্যাস কৰিয়া চিতাত জুই দিলা ॥ ২৩০০৩
মুখে ৰাম ৰাম বাণী ডাকিলা বিস্তৰ।
লজ্ঘিলা গগন পাচে অগনি শিখৰ ॥
সঞ্জয় বদতি শুনা ধৃতৰাষ্ট্ৰ ৰায়।
দেৱগণে জানিলা কন্যাৰ অভিপ্ৰায় ॥ ২৩০০৪
অসংখ্যাত অমৃত অগ্নিত বৰিষিলা।
শীতল অনলে ভগদত্তক দহিলা ॥
কুৰু পাণ্ডুদলে দেখি আছে বিদ্যমান।
কন্যাৰ শৰীৰ নদহিলা হুতাশন ॥ ২৩০০৫
অগ্নিৰ মধ্যত বহি আছে বৰাননা।
এদিনাতো কৰি শতগুণে জ্বলে কন্যা ॥
ঊৰ্দ্ধ-দৃষ্টি কৰি আছে যত মহাৰথ।
মাতলি সহিতে আসিলেক দিব্য ৰথ ॥ ২৩০০৬
মাতলি বদতি শুনা ইন্দ্ৰৰ ভগিনী।
তোমাৰ বিমান আইল চৰিয়ো আপুনি ॥
স্বৰ্গলোক পাইলা গৈয়া ৰাজা ভগদত্ত।
অলঙ্কাৰে পৰি সিটো চড়ি বিমানত ॥ ২৩০০৭
মাতলিৰ বাণী শুনি ইন্দ্ৰৰ ভগিনী।
প্ৰদক্ষিণ কৰি ৰথে চড়িল আপুনি ॥
চাহি আছে পৃথিৱীৰ যত ৰাজাগণ।
ৰুণজুন কৰি ৰথ চলিল গগন ॥ ২৩০০৮
ক্ষণিকতে পাইলা গৈয়া স্বৰ্গ দেৱযান।
নৃপতি সহিতে গৈয়া ভৈল একথান ॥
সম্মুখ সমৰে পৰি কৰিলা গমন।
তেখনে পাইলেক বাসৱৰ অৰ্দ্ধাসন ॥ ২৩০০৯
যি কথা পুছিলা তাক কহিলো ব্যৱস্থা।
এবে শুনিয়োক যেন ভৈলা পাচকথা ॥
শোকে দুখে অপমানে ৰাজা দুৰ্য্যোধন।
গুৰুৰ পাশক লাগি কৰিলা গমন ॥ ২৩০১০
শুনিয়োক গুৰু তেৱে কথাৰ মহত্ত্ব।
ভগদত্ত মিত্ৰে সমৰত ভৈলা হত ॥

সমৰত পৰিলন্ত ভীষ্ম পিতামহ।
যুদ্ধ আৰম্ভিলো মই কৰি যাত গহ ॥ ২৩০১১
আনো বীৰগণ সমৰত ভৈলা হত।
আউৰ কেনে জয় আশা কৰিবো মনত ॥
তুমি গুৰু পিতৃ মোৰ তুমি ইষ্টদেৱ।
তুমি বিনে সুহৃদ বান্ধৱ নাহি কেৱ ॥ ২৩০১২
হেন জানি গুৰু তুমি চিন্তিয়ো উপায়।
বিপাঙ্গে পৰিলো ৰক্ষা কৰা তয়ু পাৱ ॥
হেন শুনি গুৰু দ্ৰোণে বুলিলা বচন।
কি কাৰণে খেদ কৰা গান্ধাৰীনন্দন ॥ ২৩০১৩
যি কালত কূট-পাশা পাতিলা শকুনি।
আমি হাক দিলো তাক নধৰিলা বাণী ॥
কৰ্ণ শকুনিৰ বাক্য ধৰিলা মনত।
আমাৰ বচন মানে নেদেখিলা হিত ॥ ২৩০১৪
আৰে কি কাৰণে কৰা মনত বিকল।
যেন সেতু বান্ধি আগে বাহিৰাইলে জল ॥
যদি ৰণ কৰয় শতেক ভগদত্ত।
জয়ৰাশি নহৈব হৈবোহো সবে হত ॥ ২৩০১৫
জয় পৰাজয় সবে কৰ্ম্মেসে প্ৰধান।
হেন জানি নৃপতি এৰিয়ো অপমান ॥
শুনা অঙ্গীকাৰ কৰো দাৰুণ প্ৰচণ্ড।
কালি পাণ্ডৱক কৰিবোহো প্ৰাণদণ্ড ॥ ২৩০১৬
জীৱন্তে আনিবো ধৰ্ম্ম নৃপতিক ধৰি।
তোমাৰ হাতত আনি দিবো বন্দী কৰি ॥
কিন্তু ধনঞ্জয়ক লাগয় মোৰ ভয়।
শুনিয়োক কহো তাৰ উপায় আছয় ॥ ২৩০১৭
সংশপ্তক সেনাগণ একপাশে ধাইব।
অৱশ্যে অৰ্জ্জুন তাসম্বাক খেদি যাইব ॥
পাচে তুমি আমি সবে সাজি সমদলে।
যুধিষ্ঠিৰ নৃপতিক ধৰিবো কেৱলে ॥ ২৩০১৮
ধৰ্ম্ম নৃপতিক যেৱে আমি ধৰো বলে।
ৰাজা অবিহনে কি কৰিবে পাণ্ডুদলে ॥
হেন অঙ্গীকাৰক কৰিলা গুৰু দ্ৰোণে।
শুনি মহাৰঙ্গ ভৈল ৰাজা দুৰ্য্যোধনে ॥ ২৩০১৯

কৌৰৱৰ আলোচ শুনিলা চৰগণে।
যুধিষ্ঠিৰ নৃপতিক কহিলা তেখনে ॥
শুনি যুধিষ্ঠিৰৰ নযায় সুপুহায়।
মাধৱক তেতিক্ষণে অনাইলা মতাই ॥ ২৩০২০
শুনিয়োক কৃষ্ণ কথা মিলিল বিষম।
মোক ধৰিবাক প্ৰতি দ্ৰোণ দ্বিজাধম ॥
কুৰুগণ মধ্যে কৰিলন্ত অঙ্গীকাৰ।
সাৱশেষ কথা মোত কহিলেক চৰ ॥ ২৩০২১
সাত্যকি আছন্ত বীৰবৰ অকম্পন।
পাঞ্চাল তনয় সেনাপতি ধৃষ্টদ্যুম্ন ॥
ভীমৰ তনয় ঘটোৎকচ অনিৰ্ব্বাৰ।
নকুল সহদেৱ দুই মাদ্ৰীৰ কুমাৰ ॥ ২৩০২২
অভিমন্যুবীৰ দ্ৰৌপদীৰ পুত্ৰগণ।
সবে মিলি তোমাক যে কৰিবে ৰক্ষণ ॥
সংশপ্তক সেনাক কেৱলে ধনঞ্জয়।
তাহান সহিতে আমি যুজিবে লাগয় ॥ ২৩০২৩
সংশপ্তক সেনাৰ যুদ্ধ নুহিকে আনৰ।
অৰ্জ্জুনৰ হাতে পৰি যাইবে যমঘৰ ॥
হেন জানি দদা তুমি নকৰিবা ভয়।
বিশেষ তোমাৰ ভ্ৰাতৃ বীৰ ধনঞ্জয় ॥ ২৩০২৪
মাধৱৰ বাণী শুনি ৰাজা যুধিষ্ঠিৰ।
শয়ন কৰিলা গৈয়া আপোন মন্দিৰ ॥
প্ৰভাততে উঠি পাচে পাণ্ডুৰ কুমাৰ।
এক ব্যূহ পাতিলেক আতি ভয়ঙ্কৰ ॥ ২৩০২৫
থানে থানে বীৰগণ বৈলা নিৰন্তৰ।
আপুনি ৰহিলা সেহি ব্যূহৰ ভিতৰ ॥
পাণ্ডৱে পাতিলা ব্যূহ দেখি লাগে ডৰ।
জ্বলন্তে আছয় যেন প্ৰচণ্ড ভাস্কৰ ॥ ২৩০২৬
সাগৰ সঙ্কাশ পাণ্ডৱৰ ব্যূহখান।
অৰ্জ্জুনে লেখিলা যাৰ অৰ্দ্ধচন্দ্ৰ নাম ॥
থানে থানে মহাবীৰগণ থাপিলন্তি।
লঙ্ঘিতে নপাৰে যেন দ্ৰোণ সেনাপতি ॥ ২৩০২৭
সাগৰৰ শুনি যেন প্ৰচণ্ড কহ্লোল।
সেহিমতে শুনি সেই ব্যূহৰ আন্দোল ॥

অৰ্দ্ধচন্দ্ৰ ব্যূহক দেখন্তে লাগে ভয়।
প্ৰলয়ৰ বহ্নি যেন দহন্তে আছয় ॥ ২৩০২৮
এহিমতে ব্যূহপাতি দুয়ো দলে ৰৈলা।
তাত অনন্তৰে শুনা যেন কথা ভৈলা ॥
প্ৰভাতে উঠিয়া পাছে ৰাজা দুৰ্য্যোধন।
দিব্যৰথে উঠি বাহিৰাইলা তেতিক্ষণ ॥ ২৩০২৯
কৰ্ণ দুৰ্য্যোধন কৃপাচাৰ্য্য কৃতবৰ্ম্মা।
শকুনি সুষেন দুঃশাসন অশ্বত্থামা ॥
সৈন্ধৱ নৃপতি জয়দ্ৰথ বীৰবৰ।
শল্য ভূৰিশ্ৰবা আদি যত ধনুৰ্দ্ধৰ ॥ ২৩০৩০
সবাৰো মধ্যত প্ৰকাশন্ত নৰেশ্বৰ।
দেৱগণ মধ্যে যেন শোভে পুৰন্দৰ ॥
যুধিষ্ঠিৰ নৃপতি সাজিয়া তাৰক্ষণে।
মহাবীৰগণ সমে বজাইলা তেখনে ॥ ২৩০৩১
ধৃষ্টদ্যুম্ন শিখণ্ডী বিৰাট যুযুধান।
নকুল সহদেৱ ঘটোৎকচ চেকিতান ॥
ভীমসেন আদি কৰি যত বীৰবৰ।
নৃপতিক মধ্য কৰি আইলা নিৰন্তৰ ॥ ২৩০৩২
সেহি সময়ত সংশপ্তক অধিপতি।
অৰ্জ্জুনক প্ৰতি ধাইলা সুশৰ্ম্মা নৃপতি ॥
হেন দেখি ধনঞ্জয়ে বুলিলা বচন।
সাৱধানে থাকিবাহা যত বীৰগণ ॥ ২৩০৩৩
সংশপ্তক সেনাক মই যাওঁ যুজিবাক।
প্ৰাণ পৰিশ্ৰমে সবে ৰাখিবা ৰাজাক ॥
দাৰুণ দৰ্পিষ্ট দুষ্ট দুৰ্জ্জন ব্ৰাহ্মণ।
জানিয়া সমস্ত সবে কৰিবে ৰক্ষণ ॥ ২৩০৩৪
হেন জানি নৃপতিক কৰিবাহা ৰক্ষা।
যেনমতে কৌৰৱে নুপূৰে মন কক্ষা ॥
এহি বুলি ৰথ ডাকিলন্ত নাৰায়ণ।
যথাত আছয় সংশপ্তক সেনাগণ ॥ ২৩০৩৫
অৰ্জ্জুনৰ ৰথ পাচে খেদি গৈয়া যেৱে।
পাণ্ডৱী দলক কুৰু দলে ধাইলা তেৱে ॥
পাচে দুয়ো দলে ঘোৰ লাগিল কন্দল।
নসহে পৃথিৱী ভৰ কৰে টলবল ॥ ২৩০৩৬

হস্তীয়ে হস্তীক ভিৰি দন্তে দন্তে ভিৰি।
মালসবে মৰি যাই মুষ্টিক প্ৰহাৰি ॥
কতো মাল বান্ধে পৃথিৱীত থাকে পৰি।
দুয়্যহ ক্ৰোধত অন্যে অন্যে যাই মৰি ॥ ২৩০৩৭
কাহাৰ মূৰত কেহো মাৰে ডাঙ্গ বাৰি।
চুলা চুল কৰি মৰে কামোৰা কামুৰি ॥
একপিণ্ড হুয়া কৰে বাগৰা বাগৰি।
মুচৰিয়া মাৰে কতো মাৰে জাম্প গুৰি ॥ ২৩০৩৮
ক্ষত্ৰিয়সকলে কৰে শৰৰ প্ৰহাৰ।
হয় হস্তী ৰথী ৰথ মাৰয় অপাৰ ॥
ধনু ধ্বজ কটা গৈল নানা আভৰণ।
মৃতকে অগম্য ভৈলা ৰণস্থান খান ॥ ২৩০৩৯
উভয় সেনাৰ ঘোৰ ৰণ ভৈলা যদি।
মাংস শোণিতৰ বহে বহুতৰ নদী ॥
শোণিত পৰিয়া ধূলা মানে ভৈলা ছন্ন।
অন্ধকাৰ গুচি ৰবি নিৰ্ম্মল বদন ॥ ২৩০৪০
পাচে বীৰগণে পৰস্পৰে ভেট পাই।
ভীমক সম্মুখে ৰাধাসুত কৰ্ণে ধাই ॥
সহদেৱ বীৰক যে ধাইলা কৃতবৰ্ম্মা।
ধৃষ্টদ্যুম্ন বীৰক ধাইলেক অশ্বত্থামা ॥ ২৩০৪১
সাত্যকীক দুঃশাসন শিখণ্ডীক কৃপ।
দ্ৰুপদ ৰাজাক ধাইলা দুৰ্য্যোধন নৃপ ॥
আনো যত বীৰগণ আছে দুয়োদলে।
জুলি বাটি কৌতূহলে যুজে গাৱে বলে ॥ ২৩০৪২
সেহি সময়ত পাচে দ্ৰোণ দ্বিজবৰে।
যুধিষ্ঠিৰ নৃপতিক ধাইলা আড়ম্বৰে ॥
গুৰুক দেখিয়া পাচে ৰাজা যুধিষ্ঠিৰ।
গৌৰৱ পূৰ্ব্বকে বুলিলন্ত ধীৰে ধীৰ ॥ ২৩০৪৩
শুনা সভাসদ পদ মহাভাৰতৰ।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ চাহে যিটো নৰ ॥
মনুষ্য জন্মৰ এহিমানে প্ৰয়োজন।
পুৰাণ ভাৰত শুনিয়োক অনুক্ষণ ॥ ২৩০৪৪
শুনন্তে শুনন্তে পাচে চিত্ত হুইবে শুদ্ধি।
পাচে সন্ত সঙ্গ লৈয়া স্থিৰ হুইবে বুদ্ধি ॥

সাধু সঙ্গে গুচিবেক অজ্ঞান আন্ধাৰ।
পৰম আনন্দে হুইবে সংসাৰৰ পাৰ ॥ ২৩০৪৫
পৰম আনন্দ মাধৱৰ মোক্ষ লীলা।
ৰথৰ সাৰথি হুয়া ভাৰ সংহৰিলা ॥
হেন জানি শুনা কথা একমন কৰি।
পাঠক গোপীনাথে কহে বোলা হৰি হৰি ॥ ২৩০৪৬

---

দ্ৰোণৰ ওচৰত যুধিষ্ঠিৰৰ ক্ষমা ভিক্ষা

**ঝুমুৰি**

নৃপতিক দেখি দ্ৰোণে ধাইলা মহাক্ৰোধ মনে।
যম দণ্ড ধৰি যেন খেদি আসে গুৰু দ্ৰোণ ॥ '৪৭
আগে দ্ৰোণ সেনাপতি খেদি আসে খৰগতি।
বাৰে ধ্বজ হালি পৰে কঙ্কণ কিঙ্কিণী লৰে ॥ '৪৮
ঘাঘৰ ঘুঘুৰা বাজে ৰথ ঘোৰে মেঘে গাজে।
কৌৰৱৰ হিত চিন্তি আসেদ্ৰোণ সেনাপতি ॥ '৪৯
দেখিলন্ত যুধিষ্ঠিৰ কাম্পে উৰু কৰ শিৰ।
হাতভৰিনোহে থিৰ বুলিলন্ত ধীৰে ধীৰ ॥ '৫০
জানি গুৰু তপোধন কৌৰৱে কৰিলে যেন।
বিষ দিয়া মাৰিবাক খুজিলে ভাই পঞ্চক ॥ '৫১
সাজিয়া জৌময় ঘৰ থৈয়া তাৰ অভ্যন্তৰ।
চাইলা পুৰিমাৰিবাক আপুনি জানাহাতাক ॥ '৫২
কূট-পাশ সাজি ছলে ৰাজ্যভাৰ কাঢ়ি বলে।
খেদিলেক দুৰ্য্যোধনে পশু হেন বনে বনে ॥ '৫৩
শীত বাত নিৰাহাৰ গিৰি গুহা গহ্বৰৰ।
ফুৰিলোহো ঠাই ঠাই পশুমাৰি মাংস খায় ॥ '৫৪
নিসিজিল একো ধৰ্ম্ম ব্যাধৰ কৰিলো কৰ্ম্ম।
বিৰাট নগৰে যায় ভৃত্যহেন পাঞ্চো ভাই ॥ '৫৫
গৰু চাৰি খাইলো ভাত সিটো ঘোৰ অৰণ্যত।
তথাপি নগৈল প্ৰাণ কিনো দেহ নিদাৰুণ ॥ '৫৬
তোমাসাৰ বিদ্যমানে দ্ৰৌপদীক দুঃশাসনে।
কেশে ধৰি নিয়া বলে বিবস্ত্ৰ কৰিতে চাইলে ॥ '৫৭
তোমাসাৰ বিদ্যমানে মূঢ়মতি দুৰ্য্যোধনে।
বৈসাইলে আনি উৰুত ৰজস্বলা সময়ত ॥ '৫৮
তুমি জানা সবে তত্ত্ব যাৰ গুণ দোষ যত।
সাফলিয়া অঙ্গীকাৰ আসিলোহো পুনৰ্ব্বাৰ ॥ '৫৯
তথাপি নিদিলা ৰাজ যুজিবাক ভৈলা সাজ।
পাঞ্চখানিগ্ৰামখুজি পঠাইলো কাৰ্য্যক বুজি ॥ '৬০
দিবাক নভৈল মন গৰ্ব্বমদে দুৰ্য্যোধন।
তুমি পিতৃ পিতামহ তোমাতে আমাৰো গহ ॥ '৬১
কৌৰৱত তুমি যেন আমাৰ সুহৃদ তেন।
তুল্য বল পৰাক্ৰমে প্ৰবৰ্ত্তিব লাগে সমে ॥ '৬২
তেবেসে উচিত কাজ হেনজানি দ্বিজৰাজ।
আমাক কৰিবা ক্ষমা যেন পুত্ৰ অশ্বত্থামা ॥ '৬৩
কামৰূপে মধ্যে সাৰ পাটচৌৰা নাম যাৰ।
তাৰ মাজেএকগ্ৰাম চিনাকোন যাৰ নাম ॥ '৬৪
ফলেফুলেজাতিঙ্কাৰ ছুতি যেন স্বৰ্গদ্বাৰ।
থানে থানে পঢ়েবেদ শুনিযেনঅবিচ্ছেদ ॥ '৬৫
কেহো গীতা ভাগৱত পঢ়ে শুনে মনোমত।
ক্ষেত্ৰ মধ্যে পূৰ্ণ জল ধান্যে কৰে হল ফল ॥ '৬৬
হেনয় গ্ৰামত থাকি আপোন ধৰ্ম্মক ৰাখি।
ভাৰতৰ পদ চাই পৰম অমৃতময় ॥ ২৩০৬৭
পাঠকগোপীনাথকবি কৃষ্ণৰ চৰণ সেৱি।
বহু দীৰ্ঘ নানা ছন্দে বিৰচিলো পদবন্ধে ॥ '৬৮
শুনিয়োক সৰ্ব্বজন শুদ্ধ হৌক চিত্ত মন।
নিতে নিতে ঘন ঘন ৰাম ৰাম বোলা মন ॥ '৬৯

---

অভিমন্যুৰ যুদ্ধ

**পদ**

সঞ্জয়ে বোলন্ত শুনিয়োক নৃপবৰ।
কৰিলা নৃপতি যেৱে অনেক কাতৰ ॥
তথাপিতো ক্ষমা নাই দ্ৰোণ আচাৰ্য্যৰ।
নৃপতিক লাগি শৰ হানিলা বিস্তৰ ॥ ২৩০৭০
ৰাজায়ে দেখয় মোক নেৰয় ঠাহনে।
শৰ হানি শৰচয় কাটিলা তেখনে ॥
গুৰুৰ হৃদয়ে হানিলন্ত কুৰি বাণ।
ছোট পাই সেনাপতি পাইলা বৰ টান ॥ ২৩০৭১

নিদাৰুণ ছোট পাই দ্বিজবৰ দ্ৰোণ।
হাততে কাটিলা নৃপতিৰ ধনুখান ॥
ধনুখান নষ্ট দেখি পাণ্ডুৰ কুমাৰ।
আন ধনু ধৰি গুণ লগাইয়া সত্বৰ ॥ ২৩০৭২
কৰ্ণমানে ধনু টানি প্ৰহাৰিলা শৰ।
প্ৰলয় সূৰ্য্যৰ যেন আতি ভয়ঙ্কৰ ॥
হৃদয়ত পৰি পিঠিভাগে বাজ ভৈল।
পৃথিৱী বিদাৰি পাতালক লাগি গৈল ॥ ২৩০৭৩
দাৰুণ প্ৰহাৰ পাই দ্ৰোণ সেনাপতি।
ফুৰি ফুৰি ৰথমাজে ভৈল আশকাতি ॥
ক্ষণেকে চেতন পাই দ্ৰোণ দ্বিজবৰ।
নৃপতিক লাগি তাৰ ক্ৰোধ গুৰুতৰ ॥ ২৩০৭৪
গুণত জুৰিলা আনি দশপাট শৰ।
প্ৰলয়ৰ উল্কা যেন দেখি ভয়ঙ্কৰ ॥
ধনু টানি সন্ধানে মাৰিলা দ্বিজৰাজ।
হৃদয়ত পৰি পিঠিভাগে ভৈলা বাজ ॥ ২৩০৭৫
দাৰুণ প্ৰহাৰে যুধিষ্ঠিৰ ধৰ্ম্মৰাজ।
ঘূৰি ঘূৰি ৰথতে পৰিলা সামৰাজ ॥
সাৰথি দেখয় বীৰে চেতন হৰিলা।
বিদ্যুত সঞ্চাৰে ৰথখান পলুৱাইলা ॥ ২৩০৭৬
দ্ৰোণে খেদি যান্ত ক্ৰোধে ধৰিবাক মনে।
বিদূৰৰপৰা দেখিলেক ভীমসেনে ॥
বিদ্যুত সঞ্চাৰে খেদি ধৰিলেক লাগ।
ৰহ ৰহ বুলি ভীমে ভেটিলেক আগ ॥ ২৩০৭৭
ভীমক দেখিয়া দ্ৰোণে আতি কোপমনে।
হৃদয়ত কুৰি শৰ হানিলেক টানে ॥
শৰঘাৰ পাইয়া বীৰ অধিকে জ্বলিলা।
প্ৰমত্ত হস্তীক যেন মাহুতে খুম্পিলা ॥ ২৩০৭৮
হাওৰে ব্ৰাহ্মণ তোৰ গহ এতমান।
গদা হানি দ্ৰোণৰ ভাঙ্গিলা ৰথখান ॥
ৰথভঙ্গ দেখি পাচে দ্ৰোণ সেনাপতি।
আন ৰথে চড়ি ধাইলা বিপুল শকতি ॥ ২৩০৭৯
নিমিষেকে ৰথধ্বজ ধনু টোন বাণ।
চাৰি ঘোৰা মাৰি সাৰথিৰ লৈলা প্ৰাণ ॥
সাত্যকীৰ হাতৰ কাটিলা ধনুখান।
নকুলৰ চাৰি ঘোৰা নিলা যমস্থান ॥ ২৩০৮০
আনো যত বীৰগণ পাণ্ডৱ দলৰ।
কাহাকো বিৰথী কাকো নিলা যমঘৰ ॥
বীৰগণ ভঙ্গ কৰি দ্ৰোণ দ্বিজবৰ।
নৃপতিৰ লাগ ক্ৰোধে ধৰিলা সত্বৰ ॥ ২৩০৮১
নৃপতি দেখন্ত খেদি পাইলা দ্ৰোণ যমে।
নাকে মুখে শৰচয় হানিলা সংগ্ৰামে ॥
শৰঘাৰ পাইয়া দ্ৰোণ অধিকে জ্বলিলা।
বায়ুবেগে নৃপতিৰ সমীপ চাপিলা ॥ ২৩০৮২
ৰথৰ নামিয়া মহাক্ৰোধে খেদি যায়।
ধৰ্ম্মক ধৰিবে লাগি মহাক্ৰোধে ধায় ॥
নৃপতি দেখন্ত দ্ৰোণ সমীপ চাপিলা।
যেন যমে দণ্ড ধৰি উপস্থিত ভৈলা ॥ ২৩০৮৩
নৃপতিক ধৰে হেন দেখি ভীমসেন।
বায়ুবেগে পথ ভেটিলন্ত তেতিক্ষণ ॥
ৰথৰ নামিয়া মহাক্ৰোধে খেদি যায়।
দ্ৰোণে সমে ৰথখান তুলি আলগাই ॥ ২৩০৮৪
আছাৰি পেলাইলা ক্ৰোধে বহুদূৰ মান।
সাৰথি সহিতে হত ভৈলা ৰথখান ॥
আন ৰথে চড়ি পাচে দ্ৰোণ সেনাপতি।
ভীমক ধাইলেক ক্ৰোধে বিপুল শকতি ॥ ২৩০৮৫
তীখাল শতেক বাণ গুণত চৰাইলা।
ভীমক হৃদয়ে হানি সন্ধানে বৈসাইলা ॥
নিদাৰুণ শৰ পাই ভীম মহাবলী।
ঘূৰি ঘূৰি ৰথমাজে পৰিলন্ত ঢলি ॥ ২৩০৮৬
ভীমক মূৰ্চ্ছিত কৰি দ্ৰোণ দ্বিজবৰ।
নৃপতিৰ লাগ চুনাই লৈলেক সত্বৰ ॥
হেন দেখি পাণ্ডৱৰ যত বীৰগণ।
নাকে মুখে দ্ৰোণক তাড়িলা তেতিক্ষণ ॥ ২৩০৮৭
শৰঘাৰে ব্যথিত ভৈলেক গুৰু দ্ৰোণ।
থমকি ৰহিলা বীৰ খানিতেক মান ॥
লাগিল অগনি যেন শুখান বনত।
দ্ৰোণেও দহন্ত পাণ্ডুসেনা সেহিমত ॥ ২৩০৮৮

সিবেলাত দ্ৰোণক দেখন্তে লাগে ভয়।
প্ৰলয়ৰ সূৰ্য্য যেন অধিকে জ্বলয় ॥
মহাবীৰগণৰ যে ভাগিল প্ৰতাপ।
দ্ৰোণক আগত যেন দন্ত ভগা সাপ ॥ ২৩০৮৯
আচোক ৰাখিব নৃপতিক বিদ্যমান।
দ্ৰোণক দেখিয়া সবে ভৈল কম্পমান ॥
গোপাল ৰহিত গৰু পালে কৰে চাৰ।
তাক ব্যাঘ্ৰে পাইয়া যেন কৰয় আহাৰ ॥ ২৩০৯০
জানিবা নৃপতি সেহিমত পটন্তৰ।
দ্ৰোণ সেনাপতি ৰণে কৰন্ত সংহাৰ ॥
সহস্ৰে সহস্ৰে মাৰে অযুতে নিযুতে।
ধনু টানি সন্ধানে মাৰন্ত মহা দ্ৰুতে ॥ ২৩০৯১
সেহি শৰে ফুটি হয় হস্তী মহাৰথ।
বিভঙ্গে পলাই ফিৰি নচাৰয় পথ ॥
প্ৰমত্ত সিংহক যেন দেখি হস্তীগণ।
সেহিমতে পলাই পাণ্ডৱৰ সেনাগণ ॥ ২৩০৯২
নৃপতি বোলয় মোৰ নাহিকে ৰক্ষণ।
অভিমন্যু কুমাৰত পশিলা শৰণ ॥
ৰাখা ৰাখা বাপু মোক দ্ৰোণ বাঘে খায়।
তুমি বিনা নেদেখোঁহো ৰক্ষাৰ উপায় ॥ ২৩০৯৩
কৃষ্ণৰ ভাগিন তুমি সুত অৰ্জ্জুনৰ।
তোমাৰ সমান বীৰ নাহি শ্ৰেষ্ঠতৰ ॥
চক্ৰ ব্যূহ ভেদি ৰক্ষা কৰা প্ৰজাগণ।
শৰণে পশিলোঁ বাপু ৰাখিও আপোন ॥ ২৩০৯৪
হেন শুনি অভিমন্যু দিলন্ত উত্তৰ।
দাৰুণ দ্ৰোণক কোনে কৰিবে সমৰ ॥
কঠিন হৃদয় সিংহসম পৰাক্ৰম।
সৰ্ব্ব বিদ্যা বিশাৰদ ঘোৰশৰ শ্ৰম ॥ ২৩০৯৫
বিশেষত চক্ৰ ব্যূহ পাৰো ভেদিবাক।
নিশিখাইলে পিতৃ মোক বাহিৰ হুইবাক ॥
যদি ব্যূহ ভেদি কৌৰৱক কৰো ৰণ।
সংশয় দেখোঁহো দুনাই পুনৰাগমন ॥ ২৩০৯৬
শুনি যুধিষ্ঠিৰ মাতিলন্ত ধীৰে ধীৰে।
ব্যূহ ভেদি চলা পথ কৰিয়া সুখিৰে ॥
পাচতে যাইবোহো মই সাজি সমদলে।
কি কৰিবে পাৰে আজি কৌৰৱসকলে ॥ ২৩০৯৭
পাচে ভীমসেনে হেন বুলিলা বচন।
নকৰিবি ভয় তই সুভদ্ৰানন্দন ॥
মই তোৰ আগে যাইবো কৰে গদা ধৰি।
বৰ বৰ বীৰ মানে যাইবোহো সংহৰি ॥ ২৩০৯৮
ধৃষ্টদ্যুম্ন বিৰাট শিখণ্ডী যুযুধান।
দ্ৰুপদ নৃপতি সমে বীৰ চেকিতান ॥
তুমি আগে আগে চলা পথ উপদেশী।
আমি সমদলে নিবো কৌৰৱক পিসি ॥ ২৩০৯৯
সঞ্জয়ে বোলন্ত শুনিয়োক মহাৰায়।
ভীমৰ বচন শুনি সুভদ্ৰাতনয় ॥
যদ্যপি দুষ্কৰ কুৰু সমুদ্ৰতৰণ।
তথাপি কৰিবে লাগে পিতৃৰ বচন ॥ ২৩১০০
যেন তেজি ঘোটকে দুস্সহ বহে ভাৰ।
অশক্য কৰ্ম্মক কৰিলন্ত অঙ্গীকাৰ ॥
পাচে অভিমন্যু হেন বুলিলা বচন।
নকৰিবা ভয় মই চলিলো এখন ॥ ২৩১০১
আজি-যদি নকৰিলো তযু বচনক।
সুভদ্ৰা জননী ভাৰ বহিলা কিসক ॥
কৃষ্ণ মোমা মোক যত স্নেহ কৰিলেক।
অৰ্জ্জুন পিতৃয়ে যত যত শিখাইলেক ॥ ২৩১০২
সিসব সকল ব্যৰ্থ হৈবে অকাৰণ।
ব্যূহ ভেদি যদি কৌৰৱক নেদো ৰণ ॥
জ্বলন্তে আছন্ত যেন দ্ৰোণ সেনাপতি।
তাত জাম্প দিবো মই পতঙ্গ আকৃতি ॥ ২৩১০৩
শিশু হুয়া একেশ্বৰে কৰিবো সমৰ।
বাহুবল দেখোক যে দেৱতা সত্বৰ ॥
এহি বুলি সাৰথিক বুলিলা বচন।
ৰথখান সাজি মোৰ শীঘ্ৰ কৰি আন ॥ ২৩১০৪
পাচে চাৰি ঘোটকৰ সাজি ৰথখান।
ৰত্নময় পতাকা আৰিলা থানে থান ॥
ঘোঁৰাৰ কপালে দিলা ৰত্নৰ দাপনি।
পাৱত ঘুঘুৰা দিলা ৰুণজুন শুনি ॥ ২৩১০৫

যুদ্ধৰ সম্ভাৰ মানে থৈলা থানে থানে।
খুজিব নলাগে যেন পাৱয় তেখনে ॥
এহিমতে ৰথখান সাজিলা সাৰথি।
সৌভদ্ৰৰ আগে নিয়া যোগাইল সম্প্ৰতি ॥২৩১০৬
ৰথখান দেখি বীৰ আনন্দিত ভৈলা।
বীৰ কাছে কাছি পাচে ৰথত উঠিলা ॥
ৰক্ত বস্ত্ৰ ৰক্ত টুপী ৰক্ত আভৰণ।
ৰক্তময় কবচ কৰিলা পৰিধান ॥ ২৩১০৭
সৰ্ব্বাঙ্গে ঘসিয়া আছে আগৰ চন্দন।
যাত্ৰা কৰি চলিগৈলা সুভদ্ৰানন্দন ॥
সাৰথিক বোলন্ত সত্বৰে ৰথ ডাক।
যথা আছে দ্ৰোণ বীৰ চলায়ো তথাক ॥ ২৩১০৮
কুমৰৰ আদেশক শুনিয়া সাৰথি।
ডাকিলেক ৰথখান বায়ুসম গতি ॥
পথত চলন্ত বীৰ সুভদ্ৰানন্দন।
সেহিবেলা সাৰথিয়ে বুলিলা বচন ॥ ২৩১০৯
আমাৰ বচন যেন শুনা মহাভাগে।
দ্ৰোণৰ সহিতে যুদ্ধ কৰিতে নলাগে ॥
মহা ধনুৰ্দ্ধৰ দ্ৰোণ মহাশৰ শ্ৰমী।
পৰম কঠিন দেহা সিংহ পৰাক্ৰমী ॥ ২৩১১০
বিশেষত দ্ৰোণ কূট কপটৰ ঘৰ।
কৰ্ণ কৃপ কৃতবৰ্ম্মা দুঃশাসন বীৰ ॥
একেশ্বৰ বীৰক অনেক বীৰে পাই।
বেঢ়ি প্ৰহাৰিবে ধৰ্ম্ম পথক নচাই ॥ ২৩১১১
তুমি ৰাজকুমাৰ সুখতে আছা বুলি।
কোমল শৰীৰ যেন লৱণু পুতলি ॥
বিশেষত সহায় নাহিকে ধনঞ্জয়।
হেনজানি যুদ্ধে ক্ষমা কৰিতে যুৱাই ॥ ২৩১১২
সাৰথিৰ বাণী শুনি সুভদ্ৰানন্দন।
হাসিয়া বুলিলা পাচে প্ৰখৰ বচন ॥
কোন বস্তু গুৰু দ্ৰোণ কৰ্ণ দুঃশাসন।
কটাক্ষো নকৰোঁ কৌৰৱৰ বীৰগণ ॥ ২৩১১৩
ঐৰাৱত কন্ধে চড়ি দেৱগণে সমে।
সাজিয়া আসন্ত যদি দণ্ডে ধৰি যমে ॥

তাঙ্ক জিনিবাক প্ৰতি মোৰ আছে সাস।
কোন বস্তু গুৰু দ্ৰোণ তাহাক ডৰাস ॥ ২৩১১৪
ধিক ধিক আছে তোৰ পৌৰুষত বল।
জানিলোঁ উৰুক তই পশুতো আগল ॥
বিশেষত কৃষ্ণৰ ভাগিন হওঁ মই।
অৰ্জ্জুনৰ প্ৰিয়পুত্ৰ সবেয়ো জানয় ॥ ২৩১১৫
ভীমৰ ভাতিজা যুধিষ্ঠিৰ বৰ তাত।
মই অতিৰথী বীৰ জগতে প্ৰখ্যাত ॥
সুভদ্ৰা মাতৃৰ গৰ্ভে আছো জাত ধৰি।
লুকায়া থাকিবো মই মৰণক ডৰি ॥ ২৩১১৬
তেবে মই অনাইবোহো পৌৰুষৰ নাও।
জান্তকৰি ডাক ৰথ যুজিবাক যাওঁ ॥
হেন শুনি সাৰথিৰ ৰঙ্গ নাহি মনে।
বায়ুবেগে ৰথখান ডাকিলা তেখনে ॥ ২৩১১৭
বিদ্যুত সঞ্চাৰে ৰথখান গৈলা লৰি।
দ্ৰোণে সমে এৰাএৰি ভৈল কুৰি ভৰি ॥
ৰত্নময় কবচ যে অভেদ শৰীৰে।
হেনয় বীৰক ভেদিলেক কুৰি শৰে ॥ ২৩১১৮
যেন পদ্মপত্ৰে কেশৰক আছে বেঢ়ি।
সেহিমতে সৌভদ্ৰক আছন্ত আৱৰি ॥
অভিমন্যু বীৰক বেঢ়িল হেন দেখি।
পাণ্ডুদলে ধাইলা ক্ৰোধে খানিকো নাপেক্ষি ॥২৩১১৯
উভয় দলৰ ঘোৰ মিলিল সমৰ।
প্ৰচণ্ড কহ্লোল যেন শুনি সাগৰৰ ॥
হস্তীসব চিহৰয় ঘোটকে চেঞাই।
ৰথৰ গৰ্জ্জনে মহী কম্পি কম্পি যায় ॥ ২৩১২০
এহিমতে দুয়ো দলে কৰন্ত সমৰ।
ব্যূহ ভেদি চলে অভিমন্যু বীৰবৰ ॥
যেন সাগৰত গৈয়া পশিল মগৰ।
উজৰি পলাইল জলজন্তু নিৰন্তৰ ॥ ২৩১২১
সাক্ষাতে আছিল চাহি দ্ৰোণ সেনাপতি।
ৰাখিবাক লাগি কাৰো নভৈল শকতি ॥
ভিতৰ পশিলা যেবে বীৰ অভিমন্যু।
দেখি কৌৰৱৰ ক্ৰোধে নসহিলা তনু ॥ ২৩১২২

নানা বাদ্য বাৰে কতো বাৰয় চাপৰি।
কেহো গালি পাৰে কেহো মোচৰয় দাড়ি ॥
হুঙ্কাৰ কৰিয়া কতো বোলে থাক থাক।
কেহো সিংহনাদ কৰে বোলে খৰ্ব্ববাক ॥ ২৩১২৩
হান হান কাট কাট বোলে মাৰ মাৰ।
এহিবুলি শৰ প্ৰহাৰিলা ধাৰে সাৰ ॥
চতুৰ্ভিতি বেঢ়ি শৰ পৰে ধাৰা সাৰে।
পৰ্ব্বত ঢাকিয়া যেন শৰ বৃষ্টি কৰে ॥ ২৩১২৪
অন্ধকাৰ কৰে দেখি সুভদ্ৰা তনয়।
ধনু টানি সন্ধানে হানিলা শৰচয় ॥
মহামৰ্ম্মে ভেদি অভিমন্যু বীৰ সাৰ।
নিৰন্তৰে কাটিয়া কৰিলা বুন্দামাৰ ॥ ২৩১২৫
ঢাকিলেক মহাশৰে সমৰ ধৰণী।
যেন কুশ পাৰি আছে যজ্ঞৰ কাৰণি ॥
আঙ্গঠি সহিতে কাটি পেলাইল আঙ্গুলি।
শৰ ধনু টোন বাণ পেলাইলা উখালি ॥ ২৩১২৬
খড়্গ চৰ্ম্ম কাটিলন্ত হেমৰ অঙ্কুশ।
গদা মুদগৰ শূল পৰিঘ পট্টিশ ॥
যাঠী জোঙ্গ লকুকন্ত ডাঙ্গ ভিণ্ডিপাল।
লঘুহস্তে অভিমন্যু কাটি ততকাল ॥ ২৩১২৭
শংখ শিঙ্গা কাটিলন্ত কাহাৰি মহৰি।
অম্নহ পট্টহ ঢাক ঢোল ভেৰু ভেৰী ॥
সুগন্ধ চন্দনে বাহু দেখিতে শোভিত।
কেয়ূৰ কঙ্কণে কড়ি আছে অলঙ্কৃত ॥ ২৩১২৮
হেনবাহু সব কাটি পেলাইলা ত্বৰিত।
যেন সৰ্পগণ পৰি আছয় ভূমিত ॥
শীতল নাসিকা মুখ প্ৰফুল্ল কমল।
মকৰ কুণ্ডল কৰ্ণে কৰে জল মল ॥ ২৩১২৯
দন্ত ওঁঠ কামুৰিয়া ক্ৰোধে খেদি যায়।
শৰে ঘাৱে পৰি ৰণ ধৰণী সুহাই ॥
তেজে তোলবোল ভৈলা মাথাৰ পাগুৰি।
নাল কটা পদ্ম যেন আছে পৰি পৰি ॥ ২৩১৩০
গন্ধৰ্ব্ব নগৰী যেন শোভে ভূমি খান।
অম্ন শত প্ৰাণীৰ দেখন্তে হৰে প্ৰাণ ॥

ৰথ সব কাটিলেক ৰথৰ জুৱালি।
ঈষা দণ্ড কাটি ছিণ্ডি পেলাইলা ৰথালি ॥ ২৩১৩১
ত্ৰিবিধ কুবেৰ ৰথ নেমি নিৰন্তৰ।
ৰথচক্ৰ কাটিলেক নাহি তাৰ ওৰ ॥
বাহুতে সহিতে ঘোঁৰা পেলাইলেক কাটি।
ভূমিত পৰিয়া আছে দশন প্ৰকটি ॥ ২৩১৩২
হস্তী সব কাটিলা দুৰ্ব্বাৰ শৰ ঘাৱে।
পৰ্ব্বত আকাৰ পৰি আছে ঠাৱে ঠাৱে ॥
অঙ্কুশে সহিতে কাটি পেলাইলে মাহুত।
টোন বাণ কবচক কাটিলা বহুত ॥ ২৩১৩৩
গজ ঘণ্টা কাটিলেক কাৰো দন্ত শুণ্ড।
কাহাৰো চৰণ কাৰো আলগাইলা মুণ্ড ॥
সৌভদ্ৰৰ শৰে পৰি গৈলা হুইয়া লোপ।
অঙ্গ বঙ্গ কলিঙ্গন্ত যত আছে ভূপ ॥ ২৩১৩৪
মদ্ৰনাথ থিৰথৰ জঙ্গম কৰ্ণাক্ষ।
ইসব দেশৰ হয় হস্তী লক্ষ লক্ষ ॥
হয় হস্তী ৰথ যত যুজাৰো অনেক।
সৌভদ্ৰৰ শৰে পৰি গৈল যমলোক ॥ ২৩১৩৫
যেন বিষ্ণু একলে দুষ্কৰ কৰ্ম্ম কৰে।
লীলায়ে সংহৰে কাকো ভয় যে নকৰে ॥
সেহিমতে অভিমন্যু তব কটকক।
একেশ্বৰে মাৰি নিলা যম সদনক ॥ ২৩১৩৬
যেন অসুৰৰ বল সংহৰে ঈশ্বৰে।
সেহিমতে কৌৰৱক সুভদ্ৰা কুমাৰে ॥
কি কৈবো অৱস্থা ৰাজা তব কটকৰ।
পলাইবে লাগিলা সবে এৰি ধনু শৰ ॥ ২৩১৩৭
সৌভদ্ৰক ভয়ে পাচে তব পুত্ৰগণ।
বিভঙ্গে পলাই বাঢ়ি নকৰয় ৰণ ॥
শুকাই ওঁঠ কণ্ঠ তালু মুখে নাসে মাত।
ধান দিলে হোৱে আখৈ প্ৰজাৰ মুখত ॥ ২৩১৩৮
আপোনাৰ নাম গোত্ৰ লৈয়া পাৰে গেৰি।
পিতৃক তনয়ে এৰি পলাইল সৱৰি ॥
পিতৃ কটা গৈলে পুত্ৰে আটাস পাৰয়।
কতো আৰ্ত্তৰাৱে কান্দে গৈলেক ভৈয়াই ॥ ২৩১৩৯

হস্তী এৰি মাহুতে পলাই প্ৰাণ ৰাখি।
পলাই আসোৱাৰ সব খানিকো নাপেক্ষি ॥
হাৱৰে সৌভদ্ৰ তোৰ গহ এতমান।
শিশু দেখি যাতো আমি নকৰো সন্ধান ॥ ২৩১৪০
তাতে আগে আসি তই কৰ মুনিসাই।
তোৰ মদ গৰ্ব্ব মানে সবে কৰো ছাই ॥
এহি বুলি খেদি যায় ৰাজা দুৰ্য্যোধন।
দেখি বীৰগণক বুলিলা গুৰু দ্ৰোণ ॥ ২৩১৪১
বলৰ প্ৰমাণ নজানিয়া-সৌভদ্ৰৰ।
দেখা খেদি যায় দুৰ্য্যোধন নৃপবৰ ॥
যাহা আগবাঢ়ি গৈয়া কৰাহা ৰক্ষণ।
অভিমন্যু শৰে যাৱে নতু কৰে চম ॥ ২৩১৪২
গুৰুৰ আদেশ হেন শুনি বীৰগণ।
দুৰ্য্যোধন নৃপতিক বেঢ়িলা তেখন ॥
দ্ৰোণ দ্ৰৌণী কৃপ কৃতবৰ্ম্মা দুঃশাসন।
শল্য ভুৰিশ্ৰবা জয়দ্ৰথ সুদৰ্শন ॥ ২৩১৪৩
শকুনি শুসেন কৰ্ণ বীৰ অমৰ্ষণ।
নৃপতিক মধ্য কৰি ৰহিল তেখন ॥
পাচে বীৰগণ সবে হুইয়া একথান।
সৌভদ্ৰক বেঢ়ি সবে প্ৰহাৰিলা বাণ ॥ ২৩১৪৪
দুঃশাসনে চাৰি শৰ কৰিলা সন্ধান।
কৃপে তিনি শৰ প্ৰহাৰিলা মৰ্ম্মস্থান ॥
ভুৰিশ্ৰবা দশ শৰ হানিলা দুৰ্ব্বাৰ।
অশ্বত্থামা দশ শৰ কৰিলা প্ৰহাৰ ॥ ২৩১৪৫
দ্ৰোণে সপ্তদশ শত সনাইবাৰ শৰে।
বিবিংশতি সাত শৰ আত অনন্তৰে ॥
সন্ধানে হানিলা বৃষসেনে নব শৰ।
কৃতবৰ্ম্মা আঠ শৰ আত অনন্তৰ ॥ ২৩১৪৬
তিনি শৰ সন্ধানে হানিলা দুৰ্য্যোধন।
শকুনিয়ো দুই শৰ হানিলা সন্ধান ॥
তাসম্বাৰ শৰে ফুটি বীৰ অভিমন্যু।
ক্ৰোধানলে জ্বলি হাতে তুলি লৈলা ধনু ॥ ২৩১৪৭
গুণত চড়াই আনি তিনি পাত শৰ।
যমদণ্ড সদৃশ দেখন্তে লাগে ডৰ ॥
কুণ্ডভেদি সুষেণ যে দীৰ্ঘ যে লোচন।
তিনি শৰে তিনিকো কাটিলা তেতিক্ষণ ॥ ২৩১৪৮
সাক্ষাতে কৰ্ণক দেখি সুভদ্ৰা কুমাৰ।
সন্ধানে হানিলা পাঞ্চ বিংশতি যে শৰ ॥
অশ্বত্থামা বীৰক হানিলা কুৰি বাণ।
কৱচ ভেদিল পশিলেক মৰ্ম্মস্থান ॥ ২৩১৪৯
মদ্ৰৰাজ শল্যক আগতে ভেট পাই।
হৃদয়ত ছয় শৰ সন্ধানে জন্তাই ॥
হৃদয়ত সন্ধানে পশিলা হুলহুলি।
মূৰ্চ্ছা যাই ৰথত পৰিলা মহাবলী ॥ ২৩১৫০
নৃপতিক মূৰ্চ্ছা কৰি পাচে তযু নাতি।
পশিলা সেনাৰ মাজে ক্ৰোধ কৰি আতি ॥
সুৱৰ্ণ পুংসিয়া শৰ হানিলা বিস্তৰ।
হয় হস্তী ৰথী ৰথ মাৰিলা অপাৰ ॥ ২৩১৫১
শুকান বনত যেন জ্বলিলা অগনি।
সেহিমতে সেনাগণ মাৰন্ত আৰ্জ্জুনি ॥
ৰক্ষা পৰিবাৰ হেন নাহি একো থানে।
হেন দেখি মহাভয় ভৈলা ৰাজাগণে ॥ ২৩১৫২
পলাই মৃগগণ যেন কেশৰীৰ ভয়।
থোস মোস কৰি গুৰু দ্ৰোণে আছে চাই ॥
হস্তৰ লাঘব ঘোৰ শৰৰ সন্ধান।
দেখি মহাভয় ভৈলা যত বীৰগণ ॥ ২৩১৫৩
অদ্ভুত কৰ্ম্মক পাচে দেখি সৌভদ্ৰৰ।
সাধু সাধু বুলি দেৱে পূজিলা বিস্তৰ ॥
শুনা সভাসদ পদ মহাভাৰতৰ।
ভুকুতি মুকুতি পদ পাই সাৰোত্তৰ ॥ ২৩১৫৪
তপ ব্ৰত তীৰ্থ যোগ যাগ সদাচাৰ।
দান হোম ধৰ্ম্ম কৰ্ম্ম কৰয় অপাৰ ॥
ৰাজসূয় ক্ৰতু অশ্বমেধ তুলা দান।
কেহো সম নোহে মহাভাৰত শ্ৰৱণ ॥ ২৩১৫৫
হেন ভাৰতক শুনিয়োক সৰ্ব্বজনে।
কৃষ্ণৰ কিঙ্কৰ দ্বিজ গোপীনাথে ভণে ॥
জানিয়া যতনে তৰিবাৰ কৰা কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ২৩১৫৬

অভিমন্যুৰ যুদ্ধ

দুলড়ী

সঞ্জয় বদতি শুনিয়ো নৃপতি
পাচে যেন কথা ভৈলা।
কহিও সত্বৰ বীৰত্ব শিশুৰ
অভিমন্যু কেনে কৈলা॥
সঞ্জয় বদতি শুনা কুৰুপতি
অনন্তৰে যেন ভৈল।
শল্য নৃপতিক মূৰ্চ্ছিত দেখিয়া
ভাই তাৰ খেদি গৈল॥ ২৩১৫৭
দশ পাট শৰ অতি গুৰুতৰ
গুণত যুৰিলা আনি।
সাৰথি ৰথক ঘোটক ধ্বজক
ভেদিলেক বৰ টানি॥
শৰ ঘাৱ পাই দুগুণে কিটাই
বাসৱ সুতৰ সুত।
শল্য কনিষ্ঠক লাগি প্ৰহাৰিলা
নাৰাচ ঘোৰ বহুত॥ ২৩১৫৮
ধ্বজ দণ্ড ছত্ৰ ঘোটক বহুত
ৰথ চক্ৰ ঈশা দণ্ড।
ধনু টোণ বাণ পতাকা চিকণ
কৰিলন্ত খণ্ড খণ্ড॥
সাৰথি সহিতে যম ঘৰ গৈল
শল্যৰ কনিষ্ঠ ভাই।
শঙ্খ শিঙ্গা বাই পৃথিবী কম্পাই
কৌৰৱক গৈলা ধাই॥ ২৩১৫৯
দেখি কুৰুগণে ধাইলা তেতিক্ষণে
ৰথ ধ্বজ গজ বাজী।
শূল শক্তি ধৰি শৰে টোন ভৰি
ধনুৰ গুণক মাজি॥
ৰথৰ আস্ফালে চিহৰে দন্তালে
ঘোঁৰাএ কৰে হেলনি।
প্ৰজাৰ আন্দোল পাইল স্বৰ্গকোল
ধৰ মাৰ বোল শুনি॥ ২৩১৬০
কৰয় টঙ্কাৰ কাট মাৰ বোল
অস্ত্ৰ শস্ত্ৰ ধৰি ধাৱে।
বাৱয় চাপৰি নাচয় লৱৰি
পঞ্চ শব্দ বেড়ি বাৱে॥
ধনুক টঙ্কাৰি বাহু ছাত মাৰি
গৰ্জ্জন্তে আসয় খেদি।
যেন সমুদ্ৰত পৰিবাক যাই
হেন মহা নদ নদী॥ ২৩১৬১
এহিমতে সবে মহাবীৰ গণে
সৌভদ্ৰক দিলা ধাৰি।
আজি তোক মাৰি নিবো যম পুৰী
মোচৰয় কেহো দাড়ি॥
অৰ্জ্জুন পুত্ৰক বেড়ি শৰ যাক
দিলা দশো দিশ চানি।
সুভদ্ৰা নন্দনে কাটিলা তেখনে
তীক্ষ্ণতৰ শৰ হানি॥ ২৩১৬২
যিটো বীৰগণে হানিলা তেখনে
সুভদ্ৰা পুত্ৰক শৰে।
সবাকো তেখনে অভিমন্যু বীৰে
ছেদিলন্ত তীক্ষ্ণ শৰে॥
অৰ্জ্জুনত শৰ শিখিলা যতেক
মাধৱে শিখাইলা যত।
সবাকো তেখনে হানিলা সন্ধানে
কৌৰৱৰ শৰীৰত॥ ২৩১৬৩
মণ্ডল সমান দেখি ধনুখান
শৰ পৰে ধাৰা সাৰ।
সহস্ৰ সংখ্যাত হয় হস্তী ৰথ
মৰি যাই যম দ্বাৰ॥
ধনুৰ টঙ্কাৰ শুনি ভয়ঙ্কৰ
বজ্ৰৰ যেন আস্ফাল।
ৰথৰ গৰ্জ্জন মহী কাম্পে যেন
কৰ্ণত মাৰয় তাল॥ ২৩১৬৪

ৰথ ফুৰে পাক কুমাৰৰ চাক
ধনু কৰে চিক্ মিক্।
শৰ পৰে ধাৰে বিদ্যুত সঞ্চাৰে
মৰে প্ৰজা জাকে জাক ॥
মধ্যাহ্ন কালত যেহেন আদিত্য
চাহিবে কেহো নোৱাৰে।
মহাৰথীগণ ভয়ে কম্পমান
বিভঙ্গে সবে লৰৰে ॥ ২৩১৬৫
পুনু সঞ্জয়ত পুছন্ত নৃপতি
কহা শুনো একমনে।
মোৰ সেনা যত সৌভদ্ৰ কৰত
পৰি গৈলা যম থানে ॥
মহাৰথীগণ ভয়ে কম্পমান
বিভঙ্গে সবে লৰৰে।
খেদি আইল বুলি যাই সবে ভাগি
উলটি ৰণ নকৰে ॥ ২৩১৬৬
দ্ৰোণ সেনাপতি নিশবদে আতি
শিশুৰ দেখি মহত্ত্ব।
পুত্ৰগণ মোৰ পাচে কেন কৰি
কৰিলা কহা সমস্ত ॥
সঞ্জয়ে বোলন্ত শুনিয়ো নৃপতি
কহো কথা তাৰ পৰ।
একলে শিশুক বেঢ়িয়া সমস্ত
কৰিলা যেন সমৰ ॥ ২৩১৬৭
সুভদ্ৰা নন্দন কৰিলা ক্ৰন্দন
শত্ৰুৰ মাজত পশি।
মহাৰথীগণ ধাইলা তেতিক্ষণ
কাৰ্য্য মনে বিমৰিষি ॥
দ্ৰোণ কৃপ কৰ্ণ ৰাজা দুৰ্য্যোধন
কৃতবৰ্ম্মা বৃষসেন।
শল্য নৰপতি বীৰ সোমদত্ত
অশ্বত্থামা দুঃশাসন ॥ ২৩১৬৮
শকুনি প্ৰভৃতি যতেক নৃপতি
যতেক ৰাজকুমাৰ।

অসংখ্য নৃপতি হুইয়া এক ভিতি
সৌভদ্ৰক দিলা ধাৰ ॥
চতুৰ্ভিতি বেঢ়ি ধৰ মাৰ কৰি
প্ৰহাৰিলা শৰ জাক।
মহাৰঙ্গ মনে সুভদ্ৰা নন্দনে
সহিয়া আছিল তাক ॥ ২৩১৬৯
পাছে ৰথখান ফুৰাইলা তেখন
অনাত চক্ৰৰ নয়।
যত বীৰগণ পলাই সেহিথান
সবাকো কৰিলা ক্ষয় ॥
সুভদ্ৰা সুতৰ মহিমা দেখিয়া
যত মহাবীৰ সবে।
আছোক যুজিব চাহি থাকিবাৰ
শকতি নভৈল কেৱে ॥ ২৩১৭০
পাচে গুৰু দ্ৰোণে বুলিবে লাগিলা
কৃপৰ মুখক চাই।
সুভদ্ৰা সুতৰ মহিমা দেখিয়া
মিলিল মনে বিস্ময় ॥
এহি বয়সত এত পৰাক্ৰম
আছয় বয়স পৰি।
জানিলোহে সাৰে সংসাৰ ভিতৰে
বীৰ নাহি আৰু সৰি ॥ ২৩১৭১
কৌৰবী দলক সংহৰিবে প্ৰতি
অত্যন্ত মনে আক্ৰান্ত।
অন্তকালে যেন প্ৰজা সংহৰিতে
ৰুদ্ৰ দেব আসিলন্ত ॥
ইহাৰ বিক্ৰম ঘোৰ শৰ শ্ৰম
দেখি ৰঙ্গ ভৈলা মনে।
সুভদ্ৰা সুতৰ সম ধনুৰ্দ্ধৰ
নাহিকে তিনি ভুবনে ॥ ২৩১৭২
হেন প্ৰতিকাৰ বচন দ্ৰোণৰ
শুনিলা কুৰু নৃপতি।
সবাৰে উপৰে পাতো অধিকাৰী
বুলিলা কৰ্ণক মাতি ॥

শুনিয়োক কৰ্ণ গুৰুৰ বচন
কপট অহিতকাৰী।
সৰ্ব্বকালে হিত পাণ্ডৱত চিত্ত
জানিলোহো নিষ্ট কৰি ॥ ২৩১৭৩
যত বীৰগণ আছে সেনাগণ
যত আছে নৰপতি।
সবাৰে উপৰি পাতো অধিকাৰী
ময়ো থাকোঁ অনুবৰ্ত্তী ॥
তথাপি ইহাৰ নভৈলন্ত ভাল
পাণ্ডৱক চিন্তে হিত।
ব্ৰাহ্মণৰ বাক্য নাযাওঁ সঞ্জাত
কিনো অতি বিপৰীত ॥ ২৩১৭৪
শিষ্যৰ পুত্ৰৰ ৰঙ্গ চাহি আছে
মৰায়া পদাতিগণ।
খাই কৌৰৱৰ হিত পাণ্ডৱৰ
দুৰ্জ্জন ইটো ব্ৰাহ্মণ ॥
হেন জানি মনে চলা এতিক্ষণে
যুজিবাক লাগি যাহা।
সুভদ্ৰা সুতক মাৰি সমৰত
আমাৰ শেল গুছাহা ॥ ২৩১৭৫
শুনি দুঃশাসনে দিলেক উত্তৰ
নৃপতিৰ মুখ চাই।
সুভদ্ৰা সুতক মই মাৰিবোহো
দেখা মোৰ মুনিসাই ॥
চন্দ্ৰক ৰাহুয়ে গ্ৰাসে যেহিমতে
গ্ৰাসিবোহো সেহিমতে।
সুভদ্ৰা সুতক মাৰো সেহিমত
দেখোক পাণ্ডু সমস্তে ॥ ২৩১৭৬
থাকা ৰঙ্গ মন তযু বৈৰগণ
পশিবো যম নগৰী।
মহা কৌতুহলে ভুঞ্জিয়ো সকলে
অকণ্টকা বসুন্ধৰী ॥
ভ্ৰাতৃৰ বচন শুনি দুৰ্য্যোধন
পৰম আনন্দ ভৈলা।
নানা অলঙ্কাৰে শৰীৰ মণ্ডিয়া
যুদ্ধক মেলানি দিলা ॥ ২৩১৭৭
ৰাজাত মেলানি পাইয়া দুঃশাসন
মহাবেগে গৈলা ধাই।
সুভদ্ৰা নন্দন বুলিলা বচন
হাসি হাসি মুখ চাই ॥
কিনো সুপ্ৰসন্ন দেখিলো খুৰাই
কিনো মোৰ দিন ভাল।
শৰহানি যম কবলে পঠাওঁ
ভুঞ্জোক কাক শৃগাল ॥ ২৩১৭৮
দ্ৰৌপদীৰ চুলে ধৰি আনি বলে
বিবস্ত্ৰা কৰিতে চাইলা।
পাঞ্চ পাণ্ডৱক বনক খেদিয়া
ৰাজ্যভাৰ কাঢ়ি লৈলা ॥
তাহাৰ ফলক সাধিবো সকল
প্ৰাণে নপলাস যদি।
দুৰ্ঘোৰ সমৰে তোক সেক দিবো
শোণিতে বহাইবো নদী ॥ ২৩১৭৯
এহি বুলি ধনু বীৰ অভিমন্যু
তুলি লৈলা তেতিক্ষণ।
তোমাৰ পুত্ৰক হানিলা তেখনে
বিংশতি চয় মাৰ্দ্দন ॥
শৰ ঘাৱ পাই দুগুণে জ্বলিল
প্ৰমত্ত যেন কুঞ্জৰ।
সুভদ্ৰা সুতক ধাইলা ক্ৰোধ মনে
হাতে ধৰি ধনু শৰ ॥ ২৩১৮০
দুইৰো ৰথ বৰ হুইয়া একতৰ
পাক ফুৰিবাক লৈলা।
ফুৰে চক্ৰাকাৰে মণ্ডল আকাৰে
দেখি প্ৰজাভয় ভৈলা ॥
মৃদঙ্গ পল্লৱ বাজে ঠাৱে ঠাৱে
দুন্দুভি পটহ ঢোল।
শঙ্খ শিঙ্গা ভেৰী বাজয় চাপৰি
লঙ্ঘিল স্বৰ্গৰ কোল ॥ ২৩১৮১

তাৰ চেৱ ধৰি দুয়ো ভঙ্গি কৰি
যুদ্ধ মাৰ্গ প্ৰবৰ্ত্তিল।
ৰথৰ বিক্ৰম ঘোৰ শৰ শ্ৰম
দেখিয়া ভয় ভৈল॥
পাচে এক শৰ সুভদ্ৰা কুমৰ
জুড়িলন্ত মন্ত্ৰ পঢ়ি।
কাল অগ্নি সম ৰবি শশী যম
দুঃশাসন অন্তকাৰী॥ ২৩১৮২
টানি কৰ্ণ মানে সুদৃঢ় সন্ধানে
প্ৰহাৰিলা মহাবল।
কপালত পৰি পশি হলহলি
পুংস মানে তল গৈল॥
যেন মহা সৰ্প গৰ্ত্তত পশিল
বেগ ধৰি খৰোত্তৰ।
সুভদ্ৰা সুতৰ শৰৰ প্ৰহাৰে
হৈল সেই পটন্তৰ॥ ২৩১৮৩
আৰু ভয়ঙ্কৰ একশত শৰ
দুনাই হানিলা তাক।
প্ৰলয়ৰ জল অগ্নিৰ কণিকা
নিকলিলা জাকে জাক॥
হৃদয়ত পৰি ৰথমাজে ঢলি
পৰিলেক দুঃশাসন।
নাসাৰ ভিতৰে বায়ু নেখেলয়
নাহিক গাত চেতন॥ ২৩১৮৪
সাৰথি দেখয় কুমৰ মৰয়
সুভদ্ৰা সুতৰ শৰে।
বিদ্যুত সঞ্চাৰে কৰিলে অন্তৰ
ৰথখান কতো- দূৰে॥
সৌভদ্ৰত ৰণ হাৰি দুঃশাসন
প্ৰাণ ৰাখি পলাই গৈল।
দেখি পাণ্ডুগণে মহাৰঙ্গ মনে
পঞ্চশঙ্খ বাইবে লইল॥ ২৩১৮৫
বাৰে বাদ্যভণ্ড তুলি ছত্ৰদণ্ড
নচুৱাৱে কতো ঢোল।

প্ৰজাৰ আন্দোল ধৰণীৰ বোল
লঙ্ঘিল স্বৰ্গৰ কোল॥
এহিমতে ৰণ সাজি পাণ্ডুগণ
কৌৰৱক দিলা ধাৰ।
উভয় দলৰ আন্দোল মিলিল
দেখি প্ৰজা ক্ষয়ঙ্কৰ॥ ২৩১৮৬
দুই দলে ঘোৰ সমৰ কৰিলা
হাতাসে পিৰিল যদি।
মাংসে ৰণস্থলী হৈলা পঙ্কাকুল
শোণিতে বহিলা নদী॥
দেখি দুৰ্য্যোধন মহা ক্ৰোধ মন
বুলিলা কৰ্ণক চাই।
দেখিছা ৰাধেয় প্ৰজাৰ বিলাই
কোন সতে দিয়া ঠাই॥ ২৩১৮৭
দুঃশাসন ভাই ঘোৰ শৰ পাই
হুইয়া আছে মৃত্যুমান।
সুভদ্ৰা সুতক যুজিবাক হেন
নেদেখো বীৰ আন॥
হেন জানি মনে চলিয়ো আপোনে
সমৰক যায়ো সাজি।
সুভদ্ৰা সুতক সমৰে নামাৰি
পালটি নাহিবা আজি॥ ২৩১৮৮
ৰাজাৰ বচন শুনি বীৰ কৰ্ণ
বীৰ কাছে কাছিলন্ত।
দণ্ডে ছত্ৰে সাজি ৰথ গজ বাজী
সৌভদ্ৰক খেদি যান্ত॥
শুনা সৰ্ব্বজনে সাৱধান মনে
মহাভাৰতৰ কথা।
ইহেন মনুষ্য জনম লভিয়া
কিসক গোৱায়ো বৃথা॥ ২৩১৮৯
কলিযুগে আৰ ভাৰত বৰিষ
নৰ তনু নাম পাইয়া।
তথাপি সংসাৰ সাগৰ নতৰা
সুখে ৰাম নাম গাইয়া॥

নমো নাৰায়ণ পশিলোঁ শৰণ
অভয় পদ কমলে।
কৰা কৃপা নাথ মই বৰ অনাথ
মজিলোঁ সংসাৰ ঘোৰে ॥ ২৩১৯০
ব্ৰাহ্মণৰ ঘৰে জনম লভিলোঁ
নভৈল সাধুৰ পাশ।
এবে জানি মনে পশিলোঁ শৰণে
কৰিবো দাস উদাস ॥
বোলে গোপীনাথ মই বৰ অনাথ
তুমি দুখিতৰ ধন।
তোমাৰ অভয় চৰণ কমলে
জানিয়া লৈলেঁ৷ শৰণ ॥ ২৩১৯১
হেন জানি মনে আপোন চৰণে
কৰোঁ যথোচিত কাম।
তোমাৰ কিঙ্কৰ নামতে কন্দলি
এৰি নিজ যত কাম ॥
ভাৰতৰ পদ ৰচিবে লাগিলোঁ
মনে ভাবি তয়ু নাম।
অনন্ত ব্ৰাহ্মণে বোলে নিৰন্তৰে
নৰে ডাকি বোলা ৰাম ॥ ২৩১৯২

---

অভিমন্যুৰ ব্যূহ প্ৰৱেশ আৰু জয়দ্ৰথৰ হাতত
পাণ্ডৱসকলৰ পৰাজয়

পদ

সঞ্জয় বোলন্ত শুনিয়োক মহাশয়।
কৰ্ণ অভিমন্যুৰ সমৰ যেন নয় ॥
খেদি আসে কৰ্ণ দেখিলেক অভিমন্যু।
হাতে তুলি লৈলা মহা ভয়ঙ্কৰ ধনু ॥ ২৩১৯৩
দশোদিশ পূৰিলেক ধনুৰ টঙ্কাৰ।
অভিমন্যু বীৰক তাড়িলা কুৰি শৰ ॥
লগত আছয় আসি যত অনুচৰ।
সবাকো হানিলা ক্ৰোধে সূৰ্য্যৰ কুমাৰ ॥ ২৩১৯৪
শৰঘাৱে কুমৰৰ নভৈলেক দুখ।
ৰাধেয়ক হানিলেক সপ্ত শিলীমুখ ॥
পাচে মহামানী কৰ্ণ ধনুৰ্দ্ধৰ সাৰ।
সৌভদ্ৰক শত শৰ কৰিলা প্ৰহাৰ ॥ ২৩১৯৫
আৰো সহস্ৰেক শৰ কৰিবা প্ৰহাৰ।
পৰশুৰামৰ শিষ্য কৰ্ণ বীৰবৰ ॥
ৰাধেয়ৰ শৰে ফুটি হৈলেক হতাশ।
প্ৰচণ্ড সমৰে আতি সূৰ্য্যৰ সঙ্কাশ ॥ ২৩১৯৬
সুবৰ্ণ পুংখীয়া শৰ শিলাত শণাইলা।
তৈলে ধৌত কৰি ময়ূৰৰ পাখা চাইলা ॥
ধনুৰ গুণত জুড়ি প্ৰহাৰিলা শৰ।
নিৰন্তৰে ধনু ধ্বজ কাটিলা কৰ্ণৰ ॥ ২৩১৯৭
ধনুখান দেখি যেন মণ্ডল আকাৰ।
কৰ্ণৰ হৃদয়ে শৰ হানিলা অপাৰ ॥
ষাঠিশত ৰথ ৰথী ধনু টোন বাণ।
নিৰন্তৰে কাটিয়া কৰিলা খান খান ॥ ২৩১৯৮
ৰথ হত দেখি বীৰে মনে কৰি মন্যু।
আন ৰথে চড়ি বীৰে তুলি লৈলা ধনু ॥
অভিমন্যু বীৰক যে ভেদিলা সত্বৰে।
অৰ্জ্জুন তনয়ে তাক কটাক্ষো নকৰে ॥ ২৩১৯৯
কৰ্ণশৰে ব্যথিত ভৈলেক অভিমন্যু।
পুনৰপি কৰ্ণৰ কাটিলা দিব্য ধনু ॥
ৰথ ধ্বজ সাৰথিক কৰিলেক ছন্ন।
শৰ হানি কৰ্ণৰ কাটিলা ধনুখান ॥ ২৩২০০
নিৰ্ম্মৎসৰ ভৈলা যেৱে কৰ্ণ মহাবলী।
অচেতন পৃথিৱীত পৰিলেক ঢলি ॥
অচেতন কৰ্ণক দেখিয়া ভ্ৰাতৃগণ।
মহাক্ৰোধে সৌভদ্ৰক ধাইলা তেতিক্ষণ ॥ ২৩২০১
দশ শৰ সৌভদ্ৰক হানিলা সন্ধানে।
সিংহনাদ কৰে বেঢ়ি ৰাধাৰ নন্দনে ॥
শৰঘাৱ পাইয়া পাচে অৰ্জ্জুন নন্দনে।
কৰ্ণ কনিষ্ঠৰ ৰথ ধ্বজ তেতিক্ষণে ॥ ২৩২০২
সাৰথি সহিতে কাটি পেলাইলা তেখনে।
আৰু একপাট শৰ জুৰিলন্ত গুণে ॥
আকৰ্ণ পূৰিয়া শৰ পঠাইলেক মাতি।
কৰ্ণ কনিষ্ঠৰ শৰ পেলাইলেক কাটি ॥ ২৩২০৩

ৰতাসে পাৰিল যেন প্ৰফুল্ল কমল।
ভুমিত প্ৰকাশে পৰি বদনমণ্ডল ॥
আনো যত আসিয়াছে তাৰ ভ্ৰাতৃগণ।
জীৱ ৰাখি বিভঙ্গে পলাইলা তেতিক্ষণ ॥ ২৩২০৪
হেন দেখি পাণ্ডৱৰ যত বীৰগণ।
জয় সিংহনাদ কৰিলেক ঘনে ঘন ॥
সাধু সাধু অভিমন্যু নাতি বাসৱৰে।
কৰ্ণকো ভঙ্গাইলা যিটো দুৰ্জ্জয় সমৰে ॥ ২৩২০৫
ভ্ৰাতৃৰ মৰম দেখি কৰ্ণ মহাবল।
মনত মিলিল আসি পৰম বিকল ॥
আনো বাৰগণক তাৰিলা তেতিক্ষণ।
কৰ্ণকো ভঙ্গাইলা পাচে সুভদ্ৰানন্দন ॥ ২৩২০৬
সুৱৰ্ণ পুংখীয়া শৰ কঙ্কপাখি ছাইলু।
মহাবীৰগণক যে সন্ধানে জন্তাইল ॥
আনো যত বীৰগণ যুজন্তে আসিল।
ৰণ পৰিহৰি কতো দূৰে অন্তৰিল ॥ ২৩২০৭
যেৱে বীৰগণ পলাই গৈল ৰণ ভঙ্গে।
কৌৰৱ দলত পশিবেক মহাখঙ্গে ॥
হয় হস্তী ৰথ ৰথী মাৰিলা অপাৰ।
তীক্ষ্ণ তীক্ষ্ণ শৰ হানি মাৰিলা বিস্তৰ ॥ ২৩২০৮
কিবা দিন কিবা ৰাত্ৰি কিছু নাই থিতি।
অভিমন্যু শৰে প্ৰজা ভৈল জৰ্জৰিতি ॥
আকাশে উৰাই পক্ষী ধাৰাসাৰ কৰি।
তেখনে প্ৰসন্ন হোৱে তেখনে আন্ধাৰি ॥ ২৩২০৯
ঘনে ঘনে কৰন্ত যে ঘোৰ শঙ্খনাদ।
প্ৰলয় কালৰ যেন মেঘৰ সম্বাদ ॥
ৰথৰ গৰ্জন ঘোৰ ধনুৰ টঙ্কাৰ।
তাত বাহিৰাইলা শৰ বিদ্যুত সঞ্চাৰ ॥ ২৩২১০
প্ৰলয়ৰ মেঘে যেন বৰিষয় ধাৰে।
সহস্ৰে সহস্ৰে পৰি যায় যমদ্বাৰে ॥
ময়মত্ত হস্তী কাটিলেক শৰধাৰে।
পৰ্ব্বত আকাৰে পৰি আছে ঠাৱে ঠাৱে ॥২৩২১১
ঘোঁৰাসব কাটিলন্ত ৰত্নৰ পাথৰ।
শাৰীসব কাটিলন্ত নিষাদ বিস্তৰ ॥
মৃতকে ঢাকিল সব সমৰ ধৰণী।
উঠিল কবন্ধসব কিল কিল ধ্বনি ॥ ২৩২১২
অন্যে অন্যে কবন্ধে যুজয় খাণ্ডা ধৰি।
মাৰ্গ পকাই নাচে কতো অঙ্গি ভঙ্গি কৰি ॥
কাটিলা অনেক ৰথ ভূষিত কাঞ্চনে।
ৰথী সাৰথীয়ে মৰি আছে একে থানে ॥ ২৩২১৩
কুণ্ডলে মণ্ডিত শিৰ কাটিলা সকল।
মালাৰ খসিল যেন প্ৰফুল্ল কমল ॥
বাহুসব ছেদিলন্ত চন্দনে ভূষিত।
যেন মহা সৰ্পসব পৰিছে ভুমিত ॥ ২৩২১৪
অক্ষসব কাটিলা অনেক ধ্বজ দণ্ড।
ৰথ চক্ৰ কাটিয়া কৰিলা খণ্ড খণ্ড ॥
শূল শাক্ত কাটিলেক গদা মুদগৰ।
ধনু কাণ্ড খাণ্ডা ৰ'য়ু পৰশু তোমৰ ॥ ২৩২১৫
মৃতকে অগম্য ভৈল ৰণস্থলীখান।
অল্প শত প্ৰাণীৰ দেখন্তে হৰে প্ৰাণ ॥
অসংখ্যাত ৰাজপুত্ৰ সবে মহাৰথ।
সুভদ্ৰাতনয়ে পেসিলন্ত যমপথ ॥ ২৩২১৬
সৌভদ্ৰত ভয়ে পাচে যত বীৰগণ।
বিভঙ্গে পলায় সবে নকৰয় ৰণ ॥
প্ৰলয়ৰ বহ্নি যেন লাগি গৈলা বনে।
সেহিমতে দহে প্ৰজা সুভদ্ৰানন্দনে ॥ ২৩২১৭
কৌৰৱ দলত পশি কৰন্ত ক্ৰন্দন।
বাঢ়ি ৰণ দিবে হেন নাহি একোজন ॥
পলাই সেনাগণ সব কৰি উসমিস।
ধূলায়ে ঢাকিল অন্ধকাৰে দশো দিশ ॥ ২৩২১৮
পলাই কুৰুদল পাণ্ডুদলে দেখি আছে।
ধৰ মাৰ বুলি খেদি যায় পাচে পাচে ॥
ভীম যুধিষ্ঠিৰ যে নকুল সহদেৱ।
ধৃষ্টদ্যুম্নে ধাইলা ৰণে সম নাহি কেৱ ॥ ২৩২১৯
সাত্যকি শিখণ্ডী ধাইলা ধৰি ধনু শৰ।
বিৰাট দ্ৰুপদ চেকিতান বীৰবৰ ॥
আনো যত বীৰগণ পাণ্ডৱ দলৰ।
কৌৰৱক ধাইলা সবে তুলি পাটোৱাৰ ॥ ২৩২২০

পলাই সেনাগণ ৰক্ষাকৰ্ত্তা কেহো নাই।
বিদুৰৰ পৰা জয়দ্ৰথে আছে চাই।
সমদলে সাজি লাগ ধৰিলা ৰাজাৰ।
ৰহ বুলি ভেটিলন্ত ব্যূহৰ দুৱাৰ॥ ২৩২২১
একেশ্বৰে অভিমন্যু পশিলা ভিতৰ।
সবাকো ৰাখিলা ভেটি ব্যূহৰ দুৱাৰ॥
সৈন্ধৱক দেখিয়া থাকিলা বীৰবৰ।
কাখৰত লাগি যেন ৰহিলা সাগৰ॥ ২৩২২২
শুনি ধৃতৰাষ্ট্ৰে পাচে সোধন্ত দুনাই।
কথা শুনি মনে মোৰ মিলিল বিস্ময়॥
ইসে মহাভাব মই মানোহো মনত।
সৈন্ধৱে জিনিল পাণ্ডৱৰ সৈন্য যত॥ ২৩২২৩
একৈ একৈ বীৰসব দুতি সুৰ নাতি।
তাকো জিনিলেক ৰণে সৈন্ধৱ নৃপতি॥
কিবা দান পুণ্য কৰিলেক জয়দ্ৰথ।
কোনবা তপস্যা কৰিলেক শুদ্ধপথ॥ ২৩২২৪
কিবা দান দিলে সিটো বিশিষ্ট বিপ্ৰক।
নুহি কেনে একলে জিনিলে পাণ্ডৱক॥
ইকথা শুনিতে মোৰ উত্ৰাৱল চিত।
কহিয়ো সকলে মোক ইহাৰ উচিত॥ ২৩২২৫
সঞ্জয়ে বোলন্ত ৰাজা শুনা একমনে।
সৈন্ধৱৰ তেজ বৃদ্ধি ভৈল যিকাৰণে॥
যি কালত ভৈল দ্ৰৌপদীৰ স্বয়ম্বৰ।
লক্ষেক নৃপতি তৈত ভৈল একতৰ॥ ২৩২২৬
মৎস্য কাটিবাক নপাৰিলা একোজনে।
লাজ হুইয়া থাকিলেক অসন্তোষ মনে॥
মৎস্য কাটিবাক হেন একোজন নাই।
ব্ৰাহ্মণৰ বেশে আসিয়াছে পাঞ্চোভাই॥ ২৩২২৭
পাচে ধনঞ্জয়ত বদতি যুধিষ্ঠিৰ।
সাৱধান হোৱা তুমি মৎস্য কাটিবাৰ॥
ভ্ৰাতৃৰ বচন শুনি বীৰ ধনঞ্জয়।
তেখনে গৈলেক সাজি বীৰ যে বিজয়॥ ২৩২২৮
কঙ্কালত তুনি বান্ধিলত টানি টানি।
বামহাতে ধনুৰ্ব্বাণ লৈলন্ত তেখনি॥
অধোমুখ হইয়া শৰ প্ৰহাৰিলা বলে।
মৎস্যক কাটিলা শৰে আকাশমণ্ডলে॥ ২৩২২৯
দুই দুই খণ্ড আসি পৰিলা সভাত।
দেখি দেৱতাৰ ভৈল আনন্দিত চিত॥
হেন দেখি দ্ৰুপদ জীয়াৰী বৰনাৰী।
অৰ্জ্জুনক বৰিলন্ত পুষ্পমালা ধৰি॥ ২৩২৩০
দ্ৰৌপদীৰ হাতে ধৰি পাণ্ডুৰ নন্দনে।
ব্ৰাহ্মণৰ মাজে আসি বসিলা তেখনে॥
হেন দেখি মহাক্ৰোধে ধাইলা ৰাজাগণ।
দেখি মহাভয় ভৈলা সকলে ব্ৰাহ্মণ॥ ২৩২৩১
কোঠেৰ আসিল ইটো ব্ৰাহ্মণ দুৰ্জন।
ইহাৰ কাৰণে ভৈল সবাৰে মৰণ॥
এভো হেন কৰ তই কন্যা পৰিহৰ।
আমাকো ৰাখিয়া আপোনাকো ৰক্ষা কৰ॥ ২৩২৩২
ব্ৰাহ্মণৰ শুনি হেন ভয়াতুৰ বাণী।
ভয় নকৰিবা বুলি ধাইলা ভীমসেনি॥
অৰ্জ্জুনেও ধাইলা ক্ৰোধে হাতে ধনু ধৰি।
আন্দোলে আস্ফাল কৰে মহী গিৰ গিৰি॥ ২৩২৩৩
শৰ হানি ৰাজাগণ ভঙ্গাইলা তেখনে।
জয়দ্ৰথ ৰাজাক ধৰিলা তেতিক্ষণে॥
দাঢ়ি গোম্ফ কাঢ়িয়া চিটিলা চূণ কালি।
মাথাত ঢালিয়া ঘোল খেদাইলা নিকালি॥ ২৩২৩৪
দ্ৰৌপদীক লৈয়া পাঞ্চোভাই চলি গৈলা।
তাত অনন্তৰে শুনা যেন কথা ভৈলা॥
শোকে দুখে অপমানে আছে সিন্ধুপতি।
তপ কৰিবাক প্ৰতি তাৰ ভৈলা মতি॥ ২৩২৩৫
উত্তৰ দিশক প্ৰতি চলিলা সত্বৰ।
যথাত আছয় হেমৱন্ত গিৰিবৰ॥
হেনজানি জয়দ্ৰথে বুলিলা বচন।
ভূতনাথ শঙ্কৰক ধৰিবো ধিয়ান॥ ২৩২৩৬
মনক নিয়ম কৰি ইন্দ্ৰিয়ক দমি।
জপিবে লাগিলা শিৱ শিৱ অন্তৰ্য্যামী॥
এৰিলেক ক্ষুধা তৃষ্ণা শীত ঘৰ্ম্ম যত।
শুখাই শৰীৰ আছে অস্থি চৰ্ম্ম মাত্ৰ॥ ২৩২৩৭

অহৰ্নিশে চিন্তে মহা ব্ৰহ্ম সনাতন ।
তাৰ তপে তুষ্ট ভৈলা দেৱ ত্ৰিনয়ন ॥
পাণ্ডৱক একবাৰ জিনিবো সমৰ ।
এহিবৰ দিয়া মোক মনে ৰুচিকৰ ॥ ২৩২৩৮
শঙ্কৰে বোলন্ত তোক দিলো এহি বৰ ।
ত্ৰৈলোক্য বিজয় একে অৰ্জ্জুনত পৰ ॥
এহি বুলি অন্তৰ্দ্ধান ভৈল মহেশ্বৰ ।
জয়দ্ৰথ চলি গৈলা আপোনাৰ ঘৰ ॥ ২৩২৩৯
হৰ বৰদান হেতু ৰাজা জয়দ্ৰথ ।
চাৰি পাণ্ডৱক ভেদি নিবাৰিলা পথ ॥
দিব্য ৰথে চৰি ৰাজা চাহে যি দিশক ।
বিভঙ্গে পলাই সৱে পাণ্ডৱী কটক ॥ ২৩২৪০
হেন বীৰ নাহি পাণ্ডৱৰ কটকত ।
ধনু ধৰি আগবাঢ়ি যুজিবে শকত ॥
সিবেলাত ৰাজাক দেখন্তে লাগে ভয় ।
প্ৰলয়ৰ সূৰ্য্য যেন চাহন নযায় ॥ ২৩২৪১
নকুল সহদেৱ দুই আৰো ভীমসেন ।
শিখণ্ডী সাত্যকি সেনাপতি ধৃষ্টদ্যুম্ন ॥
ইসব প্ৰমুখে আনো বীৰগণ যত ।
সৈন্ধৱক যুজিবাক নুহিকে শকত ॥ ২৩২৪২
দৰ্প কৰি জয়দ্ৰথ ৰথে চড়িলন্ত ।
তিনি শৰে সাত্যকিৰ ৰথ কাটিলন্ত ॥
ভীমৰ শৰীৰে হানিলেক ষাঠি শৰ ।
ধৃষ্টদ্যুম্ন বীৰক হানিলা তাৰ পৰ ॥ ২৩২৪৩
বিৰাটকো কুৰি শৰে পূৰিলা সন্ধানে ।
দ্ৰুপদকো ভেদিলেক চৌষষ্টি মাৰ্গনে ॥
শিখণ্ডীক কুৰি শৰ পাঞ্চ কৈকেয়ক ।
গাৱে গাৱে ভেদিলেক দ্ৰৌপদীপুত্ৰক ॥ ২৩২৪৪
যুধিষ্ঠিৰ ৰাজাক ভেদিলা সাত শৰে ।
আনো বীৰ সমস্তক ভেদিলা সমৰে ॥
শৰঘাৱে নৃপতি ভৈলেক অচেতন ।
হেন দেখি মহাক্ৰোধে ধাইলা ভীমসেন ॥ ২৩২৪৫
আথে বেথে প্ৰহাৰিলা তিনিপাট শৰ ।
ধনু শৰ ৰথ ধ্বজ কাটিলা অপাৰ ॥
আন ধনু ধৰি পাচে ৰাজা জয়দ্ৰথ ।
চাৰি শৰে চাৰি ঘোৰা নিলা যমপথ ॥ ২৩২৪৬
এক শৰ মাৰি সাৰথিৰ লৈলা প্ৰাণ ।
আউৰ শৰে হাততে কাটিলা ধনুখান ॥
হৃদয়ত এক শৰ হানিলা দুৰ্ব্বাৰ ।
লালকাল ভৈল ভীম বায়ুৰ কুমাৰ ॥ ২৩২৪৭
লৰৰি উঠিলা গৈয়া সাত্যকিৰ ৰথে ।
ধৰ ধৰ বুলি খেদি যায় জয়দ্ৰথে ॥
ভীম পলাইবাৰ দেখি যত বীৰচয় ।
বিভঙ্গে পলাই সবে কৌৰৱক ভয় ॥ ২৩২৪৮
পাচতে খেদিয়া নেই কৌৰৱ কটকে ।
সাৰণক দেখি যেন পলায় চটকে ॥
হেন দেখি আনন্দ কৰয় কুৰুগণে ।
সাধু সাধু সিন্ধুপতি প্ৰশংসয় ঘনে ॥ ২৩২৪৯
ইন্দ্ৰ চন্দ্ৰ বায়ু বহ্নি কুবেৰ বৰুণ ।
এসম্বাৰ সম ৰূপে যুদ্ধত নিপুণ ॥
হেন বীৰসবক যুজিয়া একেশ্বৰে ।
সিংহক জিনিয়া যেন প্ৰমত্ত কুঞ্জৰে ॥ ২৩২৫০
যেহিমতে পাণ্ডৱে যুদ্ধৰ ধৰে পথ ।
তথাপি নিবাৰে জয়দ্ৰথ মহাৰথ ॥
অনেক প্ৰকাৰে যুজিলন্ত ঠাই ঠাই ।
হৰ বৰদানে তাক জিনন নযায় ॥ ২৩২৫১
একোমতে সৈন্ধৱক জিনিতে নপাৰি ।
সেনাসব ৰৈয়া চাই উৰ্দ্ধদৃষ্টি কৰি ॥
একলে পশিলা বীৰ ব্যূহৰ ভিতৰ ।
লগত সহায় নগৈলেক একো নৰ ॥ ২৩২৫২
বিবৰ্ণ বদন সবে নাই বোল মাত ।
অধোমুখে বসিলা গালত দিয়া হাত ॥
অভিমন্যু কুমাৰক স্মৰি অধোমুখে ।
বিভঙ্গে ৰহিলা সবে কৰি মন দুখে ॥ ২৩২৫৩
সঞ্জয়ে বোলন্ত শুনিয়োক নৃপবৰ ।
পশিলা একলে বীৰ ব্যূহৰ ভিতৰ ॥
পাচক চাহন্তে কেহো নাহিকে সহায় ।
মোক একেশ্বৰে এৰি থাকিলা পলাই ॥ ২৩২৫৪

পলাইলেক বীৰগণ কৌৰৱক ডৰে।
মই পুনু নপলাবো প্ৰাণৰে কাতৰে॥
কৃষ্ণৰ ভাগিন মই সুভদ্ৰাতনয়।
জন্ম দিয়া আছে মোক বীৰ ধনঞ্জয়॥ ২৩২৫৫
বিশেষ ভাতিজা মই চাৰি পাণ্ডৱৰ।
মোৰ ৰণভঙ্গে লাজ আসিবে সবাৰ॥
এহি মনে গুণি অভিমন্যু সত্য সন্ধ।
যুজিবাক লাগি মনে অত্যন্ত প্ৰবন্ধ॥ ২৩২৫৬
সাৰথিক বোলন্ত সত্বৰে ডাক ৰথ।
কৌৰৱক মাৰি আজি পেসো যমপথ॥
হেন শুনি সাৰথি ডাকিলা ৰথবৰ।
পশিলেক ৰথ গৈয়া ব্যূহৰ ভিতৰ॥ ২৩২৫৭
যেন সাগৰত গৈয়া পশিলা মগৰ।
উজৰি পলাইলা জলজন্তু নিৰন্তৰ॥
সেহিমতে সৌভদ্ৰক দেখি বীৰগণ।
বিভঙ্গে পলাই সবে নকৰয় ৰণ॥ ২৩২৫৮
সৌভদ্ৰক ৰণত প্ৰসন্ন হেন দেখি।
ধাইলা বীৰগণ সবে খানিকো নাপেক্ষি॥
দাৰুণ তুৰ্ব্বাৰ ঘোৰ মিলিল সমৰ।
সৌভদ্ৰক ঢাকি সবে বৰষিলা শৰ॥ ২৩২৫৯
কৌৰৱৰ শৰঘাৰে আৰ্জ্জুনি কিটাইল।
নিৰন্তৰে শৰসব কাটিয়া পেলাইল॥
শৰ নষ্ট দেখি কৌৰৱৰ বীৰগণে।
হয় হস্তী ৰথে বেঢ়িলেক তেতিক্ষণে॥ ২৩২৬০
দেখি অভিমন্যু ক্ৰোধ কৰি গুৰুতৰ।
ধনু ধ্বজ কাটিলেক কৰ্ণৰ পুত্ৰৰ॥
সাৰথিৰ শিৰ কাটিলন্ত শৰ হানি।
চাৰি ঘোঁৰা কাটিলন্ত তিলৰ প্ৰমাণি॥ ২৩২৬১
বিৰথী ভৈলেক যেৱে বীৰ বৃষসেন।
কুৰুদলে সৌভদ্ৰক ধাইলা তেতিক্ষণ॥
ধনু ধৰি নিৰন্তৰে কৰিলা টঙ্কাৰ।
নানাবিধ অস্ত্ৰশস্ত্ৰ কৰিলা প্ৰহাৰ॥ ২৩২৬২
পাচে মহা যুদ্ধ মিলি গৈল ভয়ঙ্কৰ।
একেশ্বৰ অভিমন্যু কৌৰৱ বিস্তৰ॥
তথাপি কৰন্ত যুদ্ধ ভয় পৰিহৰি।
হস্তীৰ মধ্যত যেন প্ৰমত্ত কেশৰী॥ ২৩২৬৩
কুণ্ডলে মণ্ডিত শিৰ দেখিতে শোভন।
কাটিয়া পেলাইলা শিৰ সুভদ্ৰানন্দন॥
আঙ্গঠি সহিতে কাটি পেলাইলা আঙ্গুলি।
খাণ্ডা সমন্বিতে বাহু কাটিলা সমূলি॥ ২৩২৬৪
সুবৰ্ণৰ তাৰ থাক চন্দনে ভূষিত।
হেন বাহুসব কাটি পেলাইলা ভূমিত॥
ধ্বজ দণ্ড কাটিলা কাঞ্চনে বিৰচিত।
মুকুট কৱচে নানা ৰত্নে অলঙ্কৃত॥ ২৩২৬৫
ছত্ৰসব কাটিলন্ত চন্দ্ৰৰ প্ৰকাৰ।
চামৰ ব্যজন যেন নক্ষত্ৰ সঞ্চাৰ॥
ৰথসব কাটিলন্ত লেখা জোখা নাই।
ৰথী সাৰথিয়ে পৰি আছে একে ঠাই॥ ২৩২৬৬
ইষা দণ্ড কাটিলা ৰথৰ কবন্ধৰ।
চক্ৰ ছত্ৰ কাটিলা যতেক উপস্কৰ॥
সহবান্ধে কাটিলন্ত ৰথৰ যুৱলি।
খসিল শলখা কাঠি পেলাইল নিকালি॥ ২৩২৬৭
হয় হস্তী কাটিলা মহিষ উট খৰ।
মৃতকে ঢাকিলা ৰণস্থলী নিৰন্তৰ॥
নানা দেশ হন্তে আসিয়াছে ৰাজাগণ।
সৌভদ্ৰৰ শৰে একে তিলে ভৈলা ছন্ন॥ ২৩২৬৮
যশক আশায়ে বীৰগণ আসে ধাই।
সৌভদ্ৰৰ শৰে একেলগে ভৈলা ঠাই॥
ধনুখান দেখি যেন মণ্ডল আকাৰ।
দশো দিশে শৰচয় কৰন্ত প্ৰহাৰ॥ ২৩২৬৯
অভিমন্যু বীৰক দেখন্তে লাগে ভয়।
ৰুদ্ৰৰূপে হৰে যেন প্ৰজা সংহৰয়॥
মহাভয়ে পলাই প্ৰজা গুনি গলাৰাৱ।
নুহি অভিমন্যু বীৰ যুজন্ত বাসৱ॥ ২৩২৭০
পলায় প্ৰজাগণ সবে কম্পমান কায়।
ব্যাঘ্ৰক দেখিয়া যেন হৰিণ পলায়॥
হেন দেখি মহা বীৰগণ নিৰন্তৰে।
সৌভদ্ৰক ধাইলা আতি মহা আড়ম্বৰে॥ ২৩২৭১

কেহো বোলে আৰ্জ্জুনিক মই বধোঁ আগে।
মইসে বধিবো তই নপাইবিহি লাগে ॥
কেহো বোলে তোতো আগে মই দিবো ৰণ।
মাৰিয়া পেসিবো ৰণে সুভদ্ৰানন্দন ॥ ২৩২৭২
এহি অন্যো অন্যে কৰি যত বীৰবৰ।
সৌভদ্ৰক বেঢ়ি সবে প্ৰহাৰিলা শৰ ॥
অভিমন্যু দেখে শৰ আসে ধাৰাসাৰে।
ৰবিৰ কিৰণ ঢাকি ভৈল অন্ধকাৰে ॥ ২৩২৭৩
ধনু টানি সন্ধানে হানিলা বাণচয়।
সবে শৰ কাটিলন্ত সুভদ্ৰাতনয় ॥
পাচে অভিমন্যু প্ৰহাৰিলা বাণগণ।
ধনু ধ্বজ ৰথ চক্ৰ পতাকা তোৰণ ॥ ২৩২৭৪
ৰথী ৰথ সাৰথি ঘোটক টোন বাঁণ।
নিৰন্তৰে কাটিয়া কৰিলা খান খান ॥
হত অৱশেষ যত আছে বীৰগণ।
সৌভদ্ৰক ভয়ে সবে পলাইলা তেখন ॥ ২৩২৭৫
হাত ভৰি কাম্পে ভয়ে থিৰ নোহে গাৱ।
সাগৰ মধ্যত যেন তল গৈল নাৱ ॥
হেন দেখি ৰুক্মৰথ শল্যৰ তনয়।
ভয়াতুৰগণক যে দিলেক নিৰ্ভয় ॥ ২৩২৭৬
নকৰিবি ভয় মই যুজিবাক যাওঁ।
আজি ধৰি খণ্ডায়ো অভিমন্যু হেন নাও ॥
মই যাত নাছিলোহো তাতে এতমান।
দেখা এতিক্ষণে মাৰি পেসো যমথান ॥ ২৩২৭৭
এহি বুলি ৰথত চড়িলা মহাবল।
দিব্য চাৰি ঘোঁৰা ৰথ বায়ুতো আগল ॥
সুবৰ্ণ মুকুতা মণি কৰে জ্বাতিষ্কাৰ।
অৰ্জ্জুন পুত্ৰক ধাইলা শল্যৰ কুমাৰ ॥ ২৩২৭৮
ধনু টানি সন্ধানে হানিলা শৰজাক।
সুভদ্ৰানন্দনে সহি আছিলেক তাক ॥
শৰঘাৱ পাইয়া পাছে সুভদ্ৰাকুমাৰ।
ধনুত জুৰিলা আনি অসংখ্যাত শৰ ॥ ২৩২৭৯
বাম হাতে টানি প্ৰহাৰিলা মহাবলী।
সৰ্ব্বাঙ্গে পৰিয়া প্ৰৱেশিলা হলহলি ॥
দাৰুণ প্ৰহাৰ পাই বীৰ ৰুক্মৰথ।
প্ৰাণ ছাৰি তেখনে চলিলা যমপথ ॥ ২৩২৮০
যেৱে ৰুক্মৰথ সমৰত ভৈলা হত।
দেখি ক্ৰোধে ধাইলা ৰাজপুত্ৰ একশত ॥
শৰ হানি সৌভদ্ৰক চাইলা দশো দিশ।
দেখি দুৰ্য্যোধন পাইলা মনত হৰিষ ॥ ২৩২৮১
দশো দিশ ঢাকিলেক নাকলয় পথ।
জানিলো সৌভদ্ৰ পৰি গৈল যমপথ ॥
গাঢ় বুদ্ধি ভৈল যেৱে নাতি বাসৱৰ।
অঙ্কুশ প্ৰহাৰে যেন জ্বানিল কুঞ্জৰ ॥ ২৩২৮২
গন্ধৰ্ব্ব অস্ত্ৰক আনি কৰিলা প্ৰহাৰ।
প্ৰলযৰ সূৰ্য্য যেন কৰে জ্বাতিষ্কাৰ ॥
গন্ধৰ্ব্বত যিটো অস্ত্ৰ শিখিলা অৰ্জ্জুনে।
সেহি অস্ত্ৰ সৌভদ্ৰক দিলা ৰঙ্গমনে ॥ ২৩২৮৩
সেহি অস্ত্ৰ অভিমন্যু গুণত জুৰিলা।
গিৰ গিৰ কৰি সবে ধৰণী লৰিলা ॥
লন্তে একপাট শৰ জোৰন্তে শতেক।
প্ৰহাৰ কৰন্তে শৰ হোৱে সহস্ৰেক ॥ ২৩২৮৪
অযুতেক হুইয়া আকাশক চলি যায়।
পৰিবাৰ বেলা জানা লেখা জোখা নাই ॥
অনন্ত চক্ৰৰ সম ফুৰে ৰথখান।
মণ্ডল আকাৰ ধনু ধাৰে পৰে বাণ ॥ ২৩২৮৫
সেহি শৰে ফুটি প্ৰজা মৰে বহুতৰ।
মৃতকে ঢাকিল ৰণস্থলী নিৰন্তৰ ॥
যত ৰাজপুত্ৰগণ যুজন্তে আছিল।
দুৰ্ব্বাৰ অস্ত্ৰৰ ঘাৱে যমঘৰে গৈল ॥ ২৩২৮৬
ৰূপে গুণে দেখি যেন দেৱৰ কুমাৰ।
সুভদ্ৰাতনয়ে তাৰ চিন্তিলন্ত মাৰ ॥
হয় হস্তী পদাতিৰ লেখা জোখা নাই।
সুভদ্ৰাকুমাৰে তাক কৰিলেক ঠাই ॥ ২৩২৮৭
হেন দেখি মহাক্ৰোধে ৰাজা দুৰ্য্যোধন।
অভিমন্যু কুমাৰক ধাইলা তেতিক্ষণ ॥
আকৰ্ণ পূৰিয়া ক্ৰোধে প্ৰহাৰিলা শৰ।
নিৰন্তৰে কাটিলন্ত অৰ্জ্জুন-কুমাৰ ॥ ২৩২৮৮

পুনৰপি শৰ তাক মাৰিতে নেদিল।
ভল্ল হানি ধনুখান হাততে কাটিল ॥
আৰো এক শৰ প্ৰহাৰিলা মহাবলী।
ভ্ৰুৱৰ মধ্যত পশিলন্ত হুলহুলি ॥ ২৩২৮৯
নিকৰুণ চোট পাই ৰাজা দুৰ্য্যোধন।
পাচগুচি লৰৰি পলাইলা তেতিক্ষণ ॥
নৃপতিৰ ভঙ্গ দেখি যত বীৰগণ।
বিভঙ্গে পলাইল গাৱে নাহিকে চেতন ॥ ২৩২৯০
হস্তী এৰি হস্তীয়াৰ পলাই লৰৰি।
ককা জেঠা খুড়া ভায়া বুলি পাৰে গেৰি ॥
বাৰু খাণ্ডা এৰি কতো পলাই প্ৰাণ ৰাখি।
ধনু কাণ্ড এৰি কতো পলাই ধানুকি ॥ ২৩২৯১
হেন দেখি নৃপতিৰ দয়াৰ কুমাৰ *।
নামত লক্ষ্মণা ৰূপে যেন শশধৰ ॥
প্ৰজাৰ অৱস্থা দেখি মহা দুখ মনে।
ৰথে চড়ি সৌভদ্ৰক ধাইলা তেতিক্ষণে ॥ ২৩২৯২
লগতে ধাইলেক অসংখ্যাত ৰাজসুত।
সমান বয়স সবে যুজাৰু অদ্ভুত ॥
হয় হস্তী পদাতিৰ লেখা জোখা নাই।
মহাক্ৰোধে খেদি সৌভদ্ৰক গৈলা ধাই ॥ ২৩২৯৩
হেন দেখি সৌভদ্ৰে যে অতি দায়া মনে।
লক্ষ্মণাক সম্বোধিয়া বুলিলা বচনে ॥
পালট পালট বাপু যুদ্ধক নলাগে।
লাগ পাইলে নেৰিবেক অভিমন্যু বাণে ॥ ২৩২৯৪
এভো হেন কৰ পিতৃ মাতৃক নবঞ্চ।
পিণ্ডক জলক লাগি কিছু ৰৌক সঞ্চ ॥
ছৱাল চৰিত্ৰ তই বুদ্ধিত তাকৰ।
যুদ্ধ পৰিহৰ বাপু বিপাঙ্গে নমৰ ॥ ২৩২৯৫
তথাপিতো যুজ্জ যদি কহিলো নিশ্চয়।
একপাট শৰে মই নিবো যমালয় ॥
হেন শুনি মাতিলেক লক্ষ্মণা কুমৰ।
শুন অভিমন্যু দদা তোক নাহি ডৰ ॥ ২৩২৯৬
বিস্তৰ কটক তই মাৰি আছ ৰণে।
খানিতেক ৰহ পেসো যমৰ কৰণে ॥
বাপ মাৱ সুমৰ যতেক বন্ধুগণ।
অৱশ্য পেসিবো তোক যমৰ কৰণ ॥ ২৩২৯৭
এহি বুলি খেদি গৈল লক্ষ্মণা কুমৰে।
প্ৰমত্ত সিংহক যেন ধাইলেক কুঞ্জৰে ॥
পাচে মহাকোপ মনে লক্ষ্মণা কুমৰে।
সৌভদ্ৰক হানিলেক তীক্ষ্ণতৰ শৰে ॥ ২৩২৯৮
চাৰিয়ো ঘোৰাক ভেদিলেক চাৰি শৰে।
ধ্বজক বিশাল দশ বাণ নিৰন্তৰে ॥
অভিমন্যু দেখে তাৰ এতমান দৰ্প।
লৰু দিয়া জঙ্কাইলেক যেন কালসৰ্প ॥ ২৩২৯৯
গুণত জুৰিলা আনি কালান্তক শৰ।
ক্ৰৌঞ্চ পাখি চায়া আছে মহা ভয়ঙ্কৰ ॥
কৰ্ণমানে ধনু টানি প্ৰহাৰিলা ডাটি।
কুণ্ডলে সহিতে শিৰ পেলাইলেক কাটি ॥ ২৩৩০০
খসিয়া পৰিল যেন চন্দ্ৰৰ মণ্ডল।
নালৰ খসিল যেন প্ৰফুল্ল কমল ॥
লগৰ সহায় যত ৰাজাৰ কুমাৰ।
তাসম্বাৰ শিৰ কাটিলন্ত মহাবীৰ ॥ ২৩৩০১
একেখানে পৰি শোভা কৰে ধৰণীত।
অসংখ্যাত চন্দ্ৰ যেন উদিত তহিত ॥
লক্ষ্মণা পৰিল যেৱে ঘোৰ সমৰত ॥
হাহাকাৰ শৱদ মিলিল কৌৰৱত ॥ ২৩৩০২
গাণ্ডি গোট পৃথিৱীত পৰিলেক ঢলি।
বায়ুৰে বৃক্ষক যেন পেলাইলা উভালি ॥
নৃপতি দেখন্ত মোৰ পুত্ৰ গৈল মৰি।
হিয়ে মুষ্টি হানি ৰাজা কান্দে দুখ কৰি ॥ ২৩৩০৩
অভিমন্যু শৰে বাপু তই গৈলি মৰি।
তোৰ মুখ নেদেখিয়া জীয়ো কেন কৰি ॥
ইটো ধন জন কি কৰিবো ৰাজ্যভাৰ।
তই অবিহনে দেখো দিনতে আন্ধাৰ ॥ ২৩৩০৪
সিটো সুনাসিকা মুখ কেশ আকুঞ্চিত।
নেদেখিয়া কেনমতে মই ধৰোঁ চিত ॥

* অৰ্থাৎ দুৰ্য্যোধন ৰজাৰ মৰমৰ পুত্ৰ।

সিংহবন্ধ কটি কন্ধ বাহু বক্ষস্থল।
কামিনী মোহন ৰূপ দেখি সুকোমল ॥ ২৩৩০৫
নূপুৰ কিঙ্কিণী হাৰ কেয়ূৰে ৰঞ্জিত।
হেন বাহু পৰি আছে কেৱল ভূমিত ॥
ৰাজাৰ কুমাৰীগণে তোৰ ধৰে আল।
আজি লাগ ভৈল তোৰ শগুণ শৃগাল ॥ ২৩৩০৬
কিনো নিদাৰুণ ইটো সৌভদ্ৰৰ শৰ।
একপাট শৰে পৰি গৈল যমঘৰ ॥
হাক দিলো তথাপিতো কৰিলি সমৰ।
তই স্বৰ্গ পাইলি যুগ বুৰিল আমাৰ ॥ ২৩৩০৭
বিস্তৰ বিলাপ কৰিলন্ত দুৰ্য্যোধন।
হেন দেখি প্ৰবোধ দিলেক গুৰু দ্ৰোণ ॥
নকান্দা নকান্দা বাপু খেদ পৰিহৰা।
যত দেখা আছে মানে ইয়ো সবে মৰা ॥ ২৩৩০৮
তুমি আমি আদি কৰি যত বীৰবৰ।
নিশ্চয়ে জানিবা সবে যাইবো যমঘৰ ॥
কি কাৰ্য্য কৰিছা ৰাজা আকে বৰ দেখা।
যত বন্ধু বান্ধৱ কাহাৰো নাহি ৰক্ষা ॥ ২৩৩০৯
আমাৰ বচন ৰাজা নধৰিলা মনে।
আজি বিপৰীত শোক কৰা কি কাৰণে ॥
আৰ্জ্জিত কৰ্ম্মক জানা ভুঞ্জিলেসে ক্ষয়।
হেন জানি শোক নকৰিবা মহাশয় ॥ ২৩৩১০
গুৰুৰ বচনে শোক এৰি নৃপবৰ।
মহাবীৰ সকলক দিলেক উত্তৰ ॥
মোৰ পুত্ৰ বধি ইটো সুভদ্ৰা কুমাৰ।
চাহিবে নলাগে বেঢ়ি এতিক্ষণে মাৰ ॥ ২৩৩১১
ৰাজাৰ বচন শুনি মহাবীৰগণে।
মহাক্ৰোধে সৌভদ্ৰক ধাইলা তেতিক্ষণে ॥
কৰ্ণ গুৰু দ্ৰোণ কৃপাচাৰ্য্য কৃতবৰ্ম্মা।
মহাধনুৰ্দ্ধৰ বৃহদ্বল অশ্বত্থামা ॥ ২৩৩১২
এহি ছয় মহাৰথী হুইয়া একতৰ।
সৌভদ্ৰক বেঢ়ি সবে প্ৰহাৰয় শৰ ॥
শৰঘাৱে সৌভদ্ৰৰ ক্ৰোধ গুৰুতৰ।
শৰ হানি তাসম্বাক কৰিলা জৰ্জৰ ॥ ২৩৩১৩
অভিমন্যু শৰে ফুটি হুইয়া ভয় বৰ।
ৰণ পৰিহৰি সবে ভৈলেক অন্তৰ ॥
যদি মহাৰথীগণ গৈল ৰণভঙ্গে।
নিষাদ দলত তেৱে পশিলেক খঙ্গে ॥ ২৩৩১৪
হেন দেখি মহা কোপে নিষাদৰ গণে।
অসংখ্যাত হস্তী লৈয়া বেঢ়িলা তেখনে ॥
যেন মহা মেঘে ঢাকিলেক আদিত্যক।
দিনতে আন্ধাৰ ভৈল নেদেখি সূৰ্য্যক ॥ ২৩৩১৫
এহিমতে আৰ্জ্জুনিক বেঢ়িলে কুঞ্জৰে।
মহাৰঙ্গ ভৈল দুৰ্য্যোধন নৃপবৰে ॥
হস্তী সমূহত পশি সুভদ্ৰা তনয়।
শৰ হানি নিৰন্তৰে কৰিলেক ক্ষয় ॥ ২৩৩১৬
যেন ৰাহুগ্ৰস্ত এৰাই শোভে দিবাকৰ।
অভিমন্যু বীৰৰ সেহিসে পটন্তৰ ॥
হস্তীক নিদলি পাচে সুভদ্ৰানন্দনে।
কলিঙ্গ দলত গৈয়া পশিলা তেখনে ॥ ২৩৩১৭
কলিঙ্গৰ পতি শতদ্ৰথ মহাবীৰ।
আৰ্জ্জুনিৰ শৰে তাৰ ছেদিলন্ত শিৰ ॥
কলিঙ্গ নৃপতি পৰি গৈল যমঘৰে।
পশিল সেনাৰ মাজে অৰ্জ্জুন-কুমৰে ॥ ২৩৩১৮
পিতৃৰ মৰণ শুনি কেশৰী কেতন।
ধনু ধৰি সৌভদ্ৰক ধাইলা তেতিক্ষণ ॥
হাওৰে সৌভদ্ৰ তোৰ গহ এতমান।
মাৰো পিতৃবধী আজি যাইবি কোন থান ॥ ২৩৩১৯
এহি বুলি শৰচয় কৰিলা প্ৰহাৰ।
ৰবিৰ কিৰণ ঢাকি ভৈলা অন্ধকাৰ ॥
আৰ্জ্জুনিয়ে শৰক কাটিয়া তেতিক্ষণে।
থাক থাক বুলিলন্ত মহা খঙ্গ মনে ॥ ২৩৩২০
সহস্ৰে সহস্ৰে শৰ বৰষিলা পৰ।
বৰষিলা শৰচয় যেন খুৰ ধাৰ ॥
ৰথ ধ্বজ দণ্ড ছত্ৰ চাৰিয়ো ঘোটক।
সাৰথি সহিতে নিলা যম-সদনক ॥ ২৩৩২১
আৰো এক ভল্ল শৰ জুৰিলন্ত গুণে।
শিৰ কাটি পেলাইলন্ত সুভদ্ৰা নন্দনে ॥

মহাদানী মানী কলিঙ্গাধি নৃপবৰ।
সপুত্ৰে বান্ধৱে পৰি গৈলা যমঘৰ ॥ ২৩৩২২
কলিঙ্গ দলক নিদলিয়া বীৰবৰে ॥
কৌৰৱ সম্মুখ দলে পশিলা সত্বৰে ॥
শুনা সৰ্ব্বজনে পদ মহাভাৰতৰ।
ঈশ্বৰৰ মুখ্য লীলা মহা পুণ্যতৰ ॥ ২৩৩২৩
আক একমনে যিটো শুনে একবাৰ।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ সিজে তাসম্বাৰ ॥
দ্বিজ গোপীনাথে কহে শুনা মন কৰি।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি ॥২৩৩২৪

—*—

অভিমন্যুৰ যুদ্ধ

ছবি

সঞ্জয়ত নৰপতি পাচে কথা পুছিলন্ত
কহা মোত শুনো একমনে।
চক্ৰব্যূহ মাজে পশি অভিমন্যু মহাযশী
কেন থান কৰিলন্ত ৰণে ॥
নিজ পিতা পিতামহ মাতুলত কৰি গহ
যুদ্ধে অতি নিশঙ্ক হৃদয়।
পাণ্ডৱ-বহ্নিত যেন পৰয় পতঙ্গগণ
কোন বীৰ বাঢ়িয়া যুজয় ॥ ২৩৩২৫
সঞ্জয় বোলন্ত তথা শুনিয়োক পাচকথা
কহো মই সাৱশেষ কৰি।
কৌৰৱক মোক্ষ দলে অভিমন্যু মহাবলে
ফুৰে প্ৰজাগণক সংহৰি ॥
পাণ্ডুদল আসিবাৰ কৌৰৱে ভেটিলে দ্বাৰ
আসিবে নপাৰে দেখি মনে।
দেখি সাত মহাৰথে ধনু ধৰি আথে বেথে
সুভদ্ৰা সুতক তাৱক্ষণে ॥ ২৩৩২৬
যেন তাল তৰুবৰ দেখি ধনু ভয়ঙ্কৰ
শৰ যেন পৰে বজ্ৰাঘাত।
ছিদ্ৰ পাই বীৰগণে হানিলেক তাৱক্ষণে
সুভদ্ৰা সুতৰ হৃদয়ত ॥
শৰঘাৱ পায়া বৰ কাম্পে উৰু কৰীকৰ
বাসৱ-সুতৰ প্ৰিয় সুত।
ধৰি ধনু শৰ জুৰি তাতে মহামন্ত্ৰ পঢ়ি
তাসম্বাক হানিলা বহুত ॥ ২৩৩২৭
গুৰু দ্ৰোণ হৃদয়ত ভেদিলেক পাঞ্চ শৰ
কুৰি শৰে বৃহযে বলক।
কৃতবৰ্ম্মা হৃদয়ত আশী শৰে ভেদিলন্ত
ষাঠি শৰে কৃপা আচাৰ্য্যক ॥
কৰ্ণক মুনিস জানি প্ৰহাৰিলা ধনু টানি
ঘোৰ শৰ বিংশতি হাজাৰ।
অশ্বত্থামা হৃদয়ত তৈল ধৌত শণাইত
হানিলন্ত ষোড়শ হাজাৰ ॥ ২৩৩২৮
আৰো দশ শৰ হানি কাটিলন্ত মহামানী
কৃপ আচাৰ্য্যৰ চাৰি ঘোঁৰা।
পাৰ্ষ্ণিক সাৰথি সমে ৰথক যে কাটিলন্ত
সিংহনাদ কৰিয়া দুৰ্ঘোৰ ॥
বৃন্দাৰক নামে এক কুৰুবলে প্ৰশংসক
মহা ধনুৰ্দ্ধৰ মধ্যে সাৰ।
তযু পুত্ৰগণে চাই আছে সবে ঠাই ঠাই
শিৰ কাটি পেলাইলন্ত তাৰ ॥ ২৩৩২৯
সৌভদ্ৰৰ শৰে পৰি বৃন্দাৰক গৈল মৰি
দেখি আছে মহাৰথীগণে।
হেন দেখি গুৰুসুতে সম্মিতে চাপিয়া দ্ৰুতে
খুৰ শৰে ভেদিল তেখনে ॥
বজ্ৰৰ সদৃশ টান ভল্ল শৰ ললাট
হানিলন্ত মহাক্ৰোধ কৰি ॥
দেখি অভিমন্যু বীৰ শৰ হানি নিৰন্তৰ
কাটিলন্ত খণ্ড খণ্ড কৰি ॥ ২৩৩৩০
গুৰুৰ পুত্ৰৰ শৰ নষ্ট কৰি নিৰন্তৰ
জুৰিলন্ত শকতি সায়ক।
অশ্বত্থামা দ্বিজবৰ চাহি আছে নিৰন্তৰ
হৃদি ফুটি গৈলা পাতালক ॥

পুত্ৰৰ সংশয় হেন দেখিলেক গুৰু দ্ৰোণ
খেদি লাগ ধৰিলা তেখনে।
সৌভদ্ৰৰ শৰীৰত হানিলন্ত একশত
ঘোৰতৰ শৰ তাৱক্ষণে ॥ ২৩৩৩১
অশ্বত্থামা শ্ৰুতি পাই পিতৃৰ হিতক চাই
ষাঠি শৰে ভেদিলা সন্ধানে।
কৰ্ণেও চল্লিশ বাণে ভেদিলেক মৰ্ম্ম স্থানে
কৃতবৰ্ম্মা চৌষষ্টি মাৰ্গণে ॥
বৃহদ্বল নৃপতিয়ো ভেদিলন্ত পাঞ্চবাণে
কৃপাচাৰ্য্যে হানিলা ততেক।
তাসম্বাৰ সহি শৰ অভিমন্যু বীৰবৰ
দুই গুণে ভেদিলা সবাকে ॥ ২৩৩৩২
আৰ্জ্জুনিৰ শৰে ফুটি তেজ ধাৰা বহে ছুটি
মহা ভয় ভৈলা বীৰগণ।
হাত পাৱ নোহে থিৰ কাম্পে উৰু কৰ শিৰ
ৰণ এৰি পলাইলা তেখন ॥
যেৱে মহা বীৰগণ ভঙ্গ দিয়া গৈল ৰণ
পশিলন্ত কৌৰৱী দলত।
সীমা সংখ্যা নাহি যত মাৰিলন্ত ৰথী ৰথ
পদাতিৰ লেখা দিবো কত ॥ ২৩৩৩৩
কৌৰৱৰ ৰথপতি মহাজ্ঞানী মহামতি
তাঙ্ক লাগি প্ৰহাৰিলা বাণ।
ধনু ধ্বজ পতাকাক দণ্ড ছত্ৰ সাৰথিক
ক্ষণিকতে নিলা যমথান ॥
আৰো একপাট শৰ তৈল ধৌত নিৰন্তৰ
হানিয়া পঠাইলা ক্ৰোধ মনে।
কৌশলাধি নৃপতিৰ কুণ্ডলে মণ্ডিত শিৰ
কাটিয়া পেলাইলা তেতিক্ষণে ॥ ২৩৩৩৪
কৌশলাধি নৃপতিৰ প্ৰিয়পুত্ৰ বৃহদ্বল
মহাৰথীগণ মাজে সাৰ।
তাক লাগি একশৰ মাৰিলন্ত দৃঢ়তৰ
শিৰ কাটি পেলাইলন্ত তাৰ ॥
আৰো দশপাট শৰ প্ৰহাৰিলা দৃঢ়তৰ
দশ ৰাজকুমাৰক প্ৰতি।
খড়্গ চৰ্ম্ম ধনু বাণ সাৰথি সহিতে প্ৰাণ
সংহাৰ কৰিলা তিলেকতে ॥ ২৩৩৩৫
শুনিয়োক সৰ্ব্বজন একচিত্ত কৰি মন
পুণ্যকথা মহাভাৰতৰ।
শুনে যিটো একমনে গুচে তাৰ তাৱক্ষণে
মহাপাপ অনেক জন্মৰ ॥
ইটো ঘোৰ কলিযুগ অল্প আয়ু বহু ৰোগ
শৰীৰ নোহয় চিৰস্থায়ী।
যেন পদ্মপত্ৰে জল কৰি থাকে টলমল
এতিক্ষণে আছে এই নাই ॥ ২৩৩৩৬
বিষয়ত সদা ৰতি নামক নাহিকে মতি
সাধু এৰে নাহিকে আলাপ।
নুশুনি কৃষ্ণৰ কথা জন্মক নকৰা বৃথা
অহর্নিশে নুগুচয় তাপ ॥
হেন জানি এক চিত্তে সাধু সঙ্গ লৈয়ো নিতে
মুখে লোৱা মাধৱৰ নাম।
দিন ৰাতি সমেকাৰে কথা শুনা মাধৱৰে
এৰি গৃহ ধৰ্ম্ম যত কাম ॥ ২৩৩৩৭
সাধুৰ লগত যায়ো মহা পুণ্য তেৱে পায়ো
সদায়ে লৈবাহা হৰি নাম।
দ্বিজ গোপীনাথে কয় এৰায়ো মৃত্যুৰ ভয়
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ২৩৩৩৮

---

পদ

সঞ্জয়ে বোলন্ত শুনিয়োক নৃপবৰ।
যেন যুদ্ধ ভৈল পাচে তাত অনন্তৰ ॥
কৌশলাধিপতি সমৰত ভৈলা হত।
সবংশে মৰিল অভিমন্যুৰ হাতত ॥ ২৩৩৩৯
হেন দেখি মহা ক্ৰোধে ৰাধাৰ নন্দনে।
ৰথে চৰি সৌভদ্ৰক ধাইলা তেতিক্ষণে ॥
পাঞ্চশত শৰ জুৰি ধনুৰ গুণত।
সন্ধানে হানিলা সৌভদ্ৰৰ হৃদয়ত ॥ ২৩৩৪০

কৰ্ণশৰে সৰ্ব্বাঙ্গে ভৈলেক জৰ্জ্জৰিত।
শৰীৰৰ পৰা ধাৰে বহৰে শোণিত ॥
তেজে তোল বোল ভৈল বসন ভূষণ।
ফুলিল পলাস যেন দেখিতে শোভন ॥ ২৩৩৪১
কৰ্ণ শৰে ফুটি বীৰ সুভদ্ৰা নন্দনে।
কৰ্ণকো ভেদিলা ক্ৰোধে সহস্ৰ মাৰ্গণে ॥
সশৰীৰে ফুটি তেজ বহে ধাৰাসাৰ।
বসন্ত কালত যেন ফুলিল মন্দাৰ ॥ ২৩৩৪২
সিবেলাৰ দুয়ো বীৰে কৰিলা প্ৰকাশ।
সন্ধ্যাকালে যেন চন্দ্ৰ সূৰ্য্যৰ প্ৰকাশ ॥
কৰ্ণৰ সহায় বীৰ আসিছে অপাৰ।
একেলগে দিওঁ লেখা চৌষষ্টি হাজাৰ ॥ ২৩৩৪৩
ৰূপে গুণে দেখি যেন দেৱৰ কুমাৰ।
ৰথ ধ্বজ দণ্ড ছত্ৰ কাটিলা সবাৰ ॥
সাৰথি সহিতে কাটি পেলাইলা সমস্ত।
জনেকো নৰৈল নিৰন্তৰে ভৈল হত ॥ ২৩৩৪৪
অনেক বহল যেন পদ্ম বনখান।
প্ৰমত্ত মাতঙ্গে পাই কৰিলা নিৰ্য্যাণ ॥
সেহিমতে বীৰসব সৌভদ্ৰৰ শৰে।
জনেকো নৰৈল সবে গৈল যমঘৰে ॥ ২৩৩৪৫
বীৰগণ পৰিবাৰ দেখি হুইয়া ভয়।
বিভঙ্গে পলাই ৰণে সূৰ্য্যৰ তনয় ॥
যেবে ৰাধাসুত পলাই গৈল ৰণভঙ্গে।
মাগধ দলত পশিলন্ত মহা ৰঙ্গে ॥ ২৩৩৪৬
মাগধ ৰাজাৰ সুত মহা ধনুৰ্দ্ধৰ।
ৰূপে গুণে অনিন্দিত যেন শশধৰ ॥
তাক লাগি আঠ শৰ কৰিলা প্ৰহাৰ।
সাৰথি সহিতে ৰথ কাটিলা তাহাৰ ॥ ২৩৩৪৭
আৰু একপাট শৰ প্ৰহাৰিলা ডাটি।
কুণ্ডলে মণ্ডিত শিৰ পেলাইলেক কাটি ॥
ভূমিত পৰিল খসি তেজে তোল বোল।
পূৰ্ণচন্দ্ৰ সম মুখ দেখিতে আমোল ॥ ২৩৩৪৮
হয় হস্তী ৰথী ৰথ পদাতি বিস্তৰ।
যতেক কাটিল কোনে লেখ দিব তাৰ ॥

মাগধ দলক নিদলিয়া মহাৰঙ্গে।
কাম্বোজ দলত পাচে পশিলেক খঙ্গে ॥ ২৩৩৪৯
কম্বোজ নৃপতি নাম কুঞ্জৰকেতন।
খুৰপতি বাণে নিয়া যমৰ সদন ॥
পাচে দুঃশাসনৰ পুত্ৰক লাগ পাইল।
চাৰি শৰে চাৰি ঘোঁৰা কাটিয়া পেলাইল ॥ ’৫০
একশৰ মাৰি সাৰথিৰ লৈলা প্ৰাণ।
হৃদয়ত দশ শৰ হানিলা সন্ধান ॥
আন ৰথে চড়ি দুঃশাসনৰ তনয়।
সাত শৰে সৌভদ্ৰৰ ভেদিলা হৃদয় ॥ ২৩৩৫১
শৰ পাই অভিমন্যু বুলিলা বচন।
পিতৃ তোৰ ৰণ এৰি পলাইলা এখন ॥
পলাবাৰ গোষ্ঠী তোৰ কাপুৰুষ জন।
ৰণ এৰি পলা নুহি ক্ষত্ৰিয় লক্ষণ ॥ ২৩৩৫২
এতেক তোথেৰ লগে নকৰোঁ সমৰ।
জানিবি পলোৱা জন খাণ্ডাৰেসে চেৰ ॥
এহি বুলি একশৰ গুণত জুৰিলা।
গিৰ গিৰ কৰি সবে ধৰণী লৰিলা ॥ ২৩৩৫৩
কৰ্ণমানে ধনু টানি প্ৰহাৰিলা বলে।
পৱনতোধিক প্ৰচণ্ড বেগে চলে ॥
গুৰুসুতে দেখে পৰে দুঃশাসন সুত।
আথে বেথে শৰচয় জুৰিলা গুণত ॥ ২৩৩৫৪
বিদ্যুত সঞ্চাৰে গৈয়া খেদি লাগ পাইলা।
আলগতে কাটি শৰ ভূমিত পেলাইলা ॥
গুৰুপুত্ৰ প্ৰসাদত ৰক্ষা গৈল প্ৰাণ।
নুহি সেহি শৰে ফুটি যায় যমথান ॥ ২৩৩৫৫
হেন দেখি মহা ক্ৰোধে সুভদ্ৰা সন্তান।
গুৰুৰ পুত্ৰৰ কাটিলেক ধনুখান ॥
হৃদয়ত দশ শৰ হানিলা অদ্ভুত।
ৰণ এৰি বিভঙ্গে পলাইলা গুৰুসুত ॥ ২৩৩৫৬
গুৰুসুতে যেবে পলাই গৈলা ৰণ এৰি।
মদ্ৰ দলে পশিলেক মহাক্ৰোধ কৰি ॥
হেন দেখি মহা ক্ৰোধে ৰাজা মদ্ৰেশ্বৰ।
ধনুত জুৰিলা আনি নৱপাট শৰ ॥ ২৩৩৫৭

তৈল ধৌত তীক্ষ্ণতৰ শিলাত শণাইল।
সুবৰ্ণে ৰচিত কৰি গৃধ্র পাখি ছাইল ॥
গাৱৰ সন্ধানে হানিলেক হুং বুলি।
আকাশ ছানিয়া আসে সম্যকে বিজুলী ॥ ২৩৩৫৮
অভিমন্যু দেখে শৰ আসে মোক খেদি।
শৰ হানি আকাশতে পেলাইলেক ছেদি ॥
পুনৰপি শৰ আউৰ কৰিতে নেদিল।
ভল্ল হানি ধনুখান মাজতে ছেদিল ॥ ২৩৩৫৯
হৃদয়ত কুৰিগোটা হানিলা নাৰাচ।
ৰণ এৰি পলাই মদ্রে নচাই আগ পাচ ॥
যেৱে শল্য নৰপতি গৈল ৰণ ভঙ্গে।
সৌবল দলত পশিলেক মহা খঙ্গে ॥ ২৩৩৬০
সৌবল দলৰ পাঞ্চ কুমৰক প্ৰস্তি।
পাঞ্চগোটা শৰ প্ৰহাৰিলা অতিৰথা ॥
শত্ৰুঞ্জয় চন্দ্ৰকেতু চাৰু চন্দ্ৰহাস।
চন্দ্ৰশৰ কুমৰ আৱৰ চন্দ্ৰহাস ॥ ২৩৩৬১
ৰূপে গুণে আনন্দিত পাঞ্চ মহাৰথ।
সৌভদ্ৰৰ শৰে একেলগে ভৈল হত ॥
শকুনি দেখয় মৰি গৈল পাঞ্চ সুত।
সৌভদ্ৰক ধাইলা ক্ৰোধ কৰি অদভুত ॥ ২৩৩৬২
সৌভদ্ৰৰ শৰে ফুটি পলাইলা তেখন।
দ্ৰোণক মাতন্ত পাচে ৰাধাৰ নন্দন ॥
কিনো বিপৰীত ভৈল আৰ্জ্জুনিৰ শৰ।
সুমৰি সুমৰি মোৰ দহে কলেৱৰ ॥ ২৩৩৬৩
ইথাৱতে থাকিব নোৱাৰোঁ অৱগাহি।
আৰ্জ্জুনিৰ শৰে হেৰা খেদি আসে দহি ॥
নাহি লেখা জোখা তাৰ যত আছে যুজি।
অভিমন্যু সম বীৰ নতু পায়ো খুজি ॥ ২৩৩৬৪
গুৰু দ্ৰোণ বদতি শুনিয়ো বীৰ কৰ্ণ।
মহা যত্নে কৰিয়াছে কবচ বন্ধন ॥
অনেক প্ৰবন্ধে মই মন্ত্ৰক শিখাইলোঁ।
প্ৰিয় শিষ্য বুলি পাচে অৰ্জ্জুনক দিলোঁ ॥ ২৩৩৬৫
অৰ্জ্জুনক হস্তেসে সুভদ্ৰা সুতে পাইল।
সেহিসে কবচ পিন্ধি যুজিবাক আইল ॥
যদি হেন বাসৱে কৰন্ত বজ্ৰাঘাত।
তথাপিতো মন্ত্ৰবলে নিৰিঘ্নয় তাত ॥ ২৩৩৬৬
হেন জানি আমাৰ বচন মনে ধৰা।
দিব্য অস্ত্ৰ হানিয়া কবচ ছেদ কৰা ॥
ৰথ ধ্বজ সাৰথিক কৰিয়ো বিনাশ।
তেৱেসে আছয় কিছু বধিবাক আশ ॥ ২৩৩৬৭
গুৰুৰ মন্ত্ৰণা শুনি সবে বীৰগণ।
এক যুক্তি হুয়া কৰিলেক আলোচন ॥
পাচে বীৰগণ সমে চাপি চপকৰে।
সৌভদ্ৰক বেঢ়িলেক দেপুৰে তেপুৰে ॥ ২৩৩৬৮
প্ৰথমতে কৰ্ণে কাটিলেক ধনুখান।
কৃপে চাৰি ঘোঁৰা মাৰি নিলা যমথান ॥
কৃতবৰ্ম্মা কাটিলেক প্ৰাঞ্চি যে সাৰথি।
আথে বেথে ভূমিত নামিলা অতিৰথী ॥ ২৩৩৬৯
কাটিলা কবচখান গুৰুৰ সন্তানে।
চতুভিতি বেঢ়ি শৰ হানিলা সন্ধানে ॥
একেশ্বৰ বীৰক অনেক বীৰে পাই।
বেঢ়ি প্ৰহাৰিলা ধৰ্ম্মপথক নচাই ॥ ২৩৩৭০
ৰথ ধ্বজ হত দেখি মনে মহা মৰ্ম্ম।
থাক থাক বুলি ধৰিলেক খড়্গ চৰ্ম্ম ॥
খড়্গ চৰ্ম্ম ধৰি বীৰে গুণে মনে মনে।
ই হেন সময়ে ৰথ যোগাইবেক কোনে ॥ ২৩৩৭১
নাহিকন্ত ভীম জেঠা হৈৱন্ত সহায়।
নাহিকন্ত পিতৃ মোৰ বীৰ ধনঞ্জয় ॥
আউৰ কোনে আনি মোক সহায় কৰিব।
কৌৰৱৰ হাতে মোৰ মৰণ মিলিব ॥ ২৩৩৭২
জানিলোঁ কৌৰৱে মোৰ ভৈল যমকাল।
মৰণক ভয়ে নপলাইবো একোকাল ॥
উপজিলে মৰিবাক লাগে একবাৰ।
কীৰিতি থাকিবে যাৱে চন্দ্ৰ দিবাকৰ ॥ ২৩৩৭৩
হৰি হৰি আই মোৰ সুভদ্ৰা জননী।
অপুত্ৰিনী ভৈলা তুমি মই অবিহিনী ॥
মই অবিহনে আন পুত্ৰ কেহো নাই।
মুখ জুৰাইবাৰ আৰ নথাকিল ঠাই ॥ ২৩৩৭৪

এহি বুলি অনুশোচ কৰিলা বিস্তৰ।
পাচে যি কৰিলা তাক শুনা নৃপবৰ ॥
খড়্গ চৰ্ম্ম ধৰি পাচে যি দিশক চাই।
ৰণ পৰিহৰি প্ৰজ্ঞা বিভঙ্গে পলায় ॥ ২৩৩৭৫
খড়্গ চৰ্ম্ম ধৰি দিলা চতুৰ্দ্দশ পাক।
শেনে যেন পাক দিয়া গৈলা আকাশক ॥
তৈৰ পৰা জাম্প দিয়া পৰিলা ভূমিত।
মহা ক্ৰোধে চাপিলন্ত দ্ৰোণৰ সম্মিত ॥ ২৩৩৭৬
বিদ্যুৎ সঞ্চাৰে গৈয়া ৰথত চৰিলা।
সাৰথি সহিতে ঘোঁৰা যমঘৰে নিলা ॥
আথে বেথে জাম্প দিয়া পলাই দ্বিজবৰ।
নুহি সেহি ছোটে পৰি যাই যমঘৰ ॥ ২৩৩৭৭
জাম্প দিয়া ধনুখান কাটিলা কৰ্ণৰ।
যেন অমৃতক জাম্প দিলা পক্ষীবৰ ॥
বেগ ধৰি কৃপৰ কাটিলা চাৰি ঘোঁৰা।
অশ্বত্থামা বীৰৰো কাটিলা ধনু যোৰা ॥ ২৩৩৭৮
কৃতবৰ্ম্মা বীৰৰ বিচিত্ৰ ধনুখান।
সাৰথি সহিতে কাটি নিলা যমথান ॥
খড়্গ চৰ্ম্ম ধৰি বীৰে বিদিশক যায়।
হয় হস্তী ৰথী ৰথ কাটিবে লাগয় ॥ ২৩৩৭৯
পাচে গুৰুসুতে প্ৰহাৰিলা তীক্ষ্ণ বাণ।
মুঠিতে কাটিলা কুমৰৰ খড়্গখান ॥
শৰ হানি বাৰুপাট কাটিলেক কৰ্ণে।
দেখি অভিমন্যু চক্ৰ ধৰিলা তেখনে ॥ ২৩৩৮০
হাতে চক্ৰ ধৰিয়া দ্ৰোণক খেদি গৈলা।
দেখি গুৰু দ্ৰোণে ডৰে দূৰক পলাইলা ॥
শুনা সৰ্ব্বজন পদ মহাভাৰতৰ।
আনন্দে ৰচিলা গোপীনাথ দ্বিজবৰ ॥ ২৩৩৮১
মহাভাৰতৰ পদ অমৃত সমান।
পৰম আনন্দে কৰ্ণভৰি কৰা পান ॥
কলিমল দুখ যত হৰে এই কথা।
ভুকুতি মুকুতি গতি লভিবা সৰ্ব্বথা ॥ ২৩৩৮২
কামনাপূৰ্ব্বকে যিটো ভাৰত শুনয়।
নিশ্চয়ে জানিবা মনোৰথ পূৰ্ণ হয় ॥
নিষ্কামে কৰয় যিটো ভাৰত শ্ৰৱণ।
অৱশ্যে বৈকুণ্ঠভাগী হোৱে সিটোজন ॥ ২৩৩৮৩
হেন জানি শুনা সবে ভাৰত পয়াৰ।
অৱশ্যে তৰিবে ভৱ কহিলোহো সাৰ ॥
কলিযুগে মুখ্য ধৰ্ম্ম শ্ৰৱণ-কীৰ্ত্তন।
ৰাম কৃষ্ণ বুলি চলা বৈকুণ্ঠ ভুৱন ॥ ২৩৩৮৪

—০—

অভিমন্যুৰ লগত সপ্তৰথীৰ যুদ্ধ

দুলড়ী

চক্ৰ ধৰি হাতে বাসৱৰ নাতি
ফুৰন্ত শত্ৰুৰ মাজে।
যেহি ভিতি চান্ত ওঁঠ কামোৰন্ত
দেখি পলাই সামৰাজে ॥
চন্দ্ৰ সম মুখ দেখি মন সুখ
অলকা কৰয় কান্তি।
প্ৰফুল্ল পদ্মত পৰি শোভা কৰে
উত্তম ভ্ৰমৰা পান্তি ॥ ২৩৩৮৫
শিৰ ছত্ৰাকৃত কেশ আকুঞ্চিত
উন্নত নাসিকা কৰ্ণ।
কমল নয়ন হসিত বয়ন
মুকুতা পান্তি দশন ॥
বহল হৃদয় অলকা শোভয়
বিশাল বৰ্ত্তুল বাহু।
ৰত্নময় তাৰ বলয়া শোভয়
চন্দ্ৰক গ্ৰসিলে ৰাহু ॥ ২৩৩৮৬
সিংহবন্ধ কটি স্কন্ধ দৃঢ়তৰ
জানু জঙ্ঘা মনোহৰ।
কৃষ্ণৰ ভাগিন সুভদ্ৰা নন্দন
প্ৰিয় পুত্ৰ অৰ্জ্জুনৰ ॥
নাতি বাসৱৰ চাৰি পাণ্ডৱৰ
স্নেহৰ হোন্ত ভাতিজ।
মহা ধনুৰ্দ্ধৰ বয়সে তাকৰ
ৰূপে যেন চন্দ্ৰ নিজ ॥ ২৩৩৮৭

হেন কুমাৰক কৌৰৱে বেঢ়িয়া
অন্যায় সমৰে মাৰে।
দেখি দেৱগণে চাহি অন্যো অন্যে
কৌৰৱক নিন্দা কৰে॥
ধিক ধিক ধিক বল পৰাক্ৰম
ধিক বীৰ কৌৰৱক।
একল শিশুক বেঢ়িয়া অনেক
কৰয় অন্যায় বৰ॥ ২৩৩৮৮
হাতে চক্ৰ ধৰি দেৱ দেৱ হৰি
খণ্ডিলা ভূমিৰ ভাৰ।
সেহিমতে ৰণে সুভদ্ৰা নন্দনে
কৌৰৱৰ চিন্তে মাৰ॥
হাতে ধৰি চক্ৰ চক্ষু কৰি বক্ৰ
চান্ত যি দিশক লাগি।
দেখি বীৰগণ ভয়ে কম্পমান
বিভঙ্গে পলাই ভাগি॥ ২৩৩৮৯
পাচে অভিমন্যু কৰি মহামান্য
ৰাধেয়ক দিলা ধাৱ।
সাৰথি ৰথক ঘোঁৰাক ধ্বজক
কৰিলন্ত মহামাৰ॥
দেখি দুৰ্য্যোধন আগতে আছয়
ধৱল ছত্ৰেক ধৰি।
তাক লাগি বীৰে হাস্ফোল কৰিয়া
হাতে তীক্ষ্ণ চক্ৰ ধৰি॥ ২৩৩৯০
চন্দ্ৰৰ মণ্ডল সমান ধৱল
ছত্ৰখান সুশোভিত।
চক্ৰৰ প্ৰহাৰে সুভদ্ৰা কুমাৰে
পেলাইলা কাটি মহীত॥
পাচে মহাদ্ৰুতে সাৰথি সহিতে
ৰথখান কাটিলন্ত।
বিহ্বল বিশ্ৰুতি হুয়া নৰপতি
আথে বেথে পলাইলন্ত॥২৩৩৯১
পাচে গুৰুসুতে দেখন্ত আগত
যুদ্ধক প্ৰবন্ধে আছে।

ক্ৰোধে অভিমন্যু কাটিলন্ত ধনু
সাৰথিৰ শিৰ পাচে॥
যেহি যেহি বীৰ আগতে দেখন্ত
থাকে অস্ত্ৰ শস্ত্ৰ ধৰি।
দুৰ্ব্বাৰ চক্ৰৰ ঘাৱে তেতিক্ষণে
পেসন্ত যম নগৰী॥ ২৩৩৯২
ভ্ৰূকুটি কুটিল আখি আৰকত
কাঢ়ন্ত ঘনে হুঙ্কাৰ।
চকু পকাই চান্ত দশন চোবান্ত
ৰুদ্ৰ ৰূপে যেন হৰ॥
ক্ৰোধে চক্ৰ ধৰি যাহাক খেদয়
খেদি যাক লাগ পাৱে।
হয় হস্তী ৰথ পেসে যমপথ
দুৰ্ব্বাৰ চক্ৰৰ ঘাৱে॥ ২৩৩৯৩
এহিমতে ৰণে প্ৰজা সংহৰন্ত
বিৰথী বিহীন ধনু।
মহাবীৰগণে বেঢ়িলা তেখনে
জৰ্জ্জৰিত কৰি তনু॥
শৰঘাৱে দেহ হুইয়া অবিচ্ছেদ
বহে তেজ ধাৰাসাৰে।
যেন পৰ্ব্বতৰ বহে গেৰুধাৰ
অবিশ্ৰান্তে নিৰন্তৰে॥ ২৩৩৯৪
চতুৰ্ভিতি বেঢ়ি জৰ্জ্জৰিত কৰি
নিসন্ধি শৰে ফুটিলা।
শৰীৰত পৰি মাংস যায় ছিণ্ডি
যেন মৃণালৰ জালা॥
তথাপি যুদ্ধক কৰন্ত আক্ৰান্ত
নকৰন্ত পাচভৰি।
পাচে গুৰুসুতে পাচদিকি হন্তে
চক্ৰ ছেদি শৰ কৰি॥ ২৩৩৯৫
শুনা নৰ-নাৰী এক চিত্ত কৰি
মহাভাৰতৰ কথা।
ভাৰ ভূষ এৰি শুনা কৰ্ণভৰি
মুকতি পাইবা সৰ্ব্বথা।

কলিযুগে আৰ ধৰ্ম্ম নাহি সাৰ
শ্ৰৱণ কৰি কীৰ্ত্তন।
যত ধৰ্ম্ম কৰ্ম্ম সবে লুপ্ত ভৈল
হেনসে কলিৰ গুণ ॥ ২৩৩৯৬
শ্ৰৱণ কীৰ্ত্তন নেৰিবা সজ্জন
মই মহা মূঢ়মতি।
মোক কৰা দায়া দিয়া পদছায়া
নজানোঁ একো ভকতি ॥
হেন জানি মনে কৃষ্ণৰ চৰণে
নেৰিবো দৃঢ় বিশ্বাস।
বোলো গোপীনাথ কৃপা কৰা নাথ
ভৈলোঁ হো দাসৰো দাস ॥ ২৩৩৯৭

———

অভিমন্যু বধ

পদ

সঞ্জয়ে বোলন্ত শুনিয়োক পাচকথা।
পাচে ঘোৰ যুদ্ধ যেন মিলিলেক তথা ॥
নিৰস্ত্ৰ ভৈলেক যেৱে অভিমন্যু তদা।
বেগে তুলি ধৰিলেক ভয়ঙ্কৰ গদা ॥ ২৩৩৯৮
গদা ঊৰ্দ্ধ কৰি কৌৰৱক দিলা ধাৰ।
যেন যম দণ্ড ধৰি ভৈলা আগুৱাৰ ॥
বতাহে হালয় কেশ কৰ্ণৰ কুণ্ডল।
প্ৰত্যেক খোজত মহী কৰে টলমল ॥ ২৩৩৯৯
গদাহাতে কৰি বীৰে যি দিশক চাই।
ৰণ পৰিহৰি প্ৰজা দূৰক পলাই ॥
গদাহাতে ধৰি সমৰত ভৈলা থিউ।
দেখি কৌৰৱৰ ডৰে উৰি গৈলা জীউ ॥ ২৩৪০০
পাচে গুৰুসুতক আগতে ভেট পাইল।
নিষ্ঠুৰ কোবেক তাৰ হিয়াত বৈসাইল ॥
নিকৰুণ ছোট পাই গুৰুসুত বলী।
ফুৰি ফুৰি ৰথ হন্তে পৰিলন্ত ঢলি ॥ ২৩৪০১
কথিৰে কৰিলা বাক্তি নাই শ্ৰুতি জ্ঞান।
চিৰঞ্জীৱ নিমিত্তেসে ৰহিল পৰাণ ॥
ৰথ ধ্বজ দণ্ড ছত্ৰ চূৰ্ণাকৃত ভৈল।
চাৰি গোটা ঘোঁৰা মাৰি যমঘৰে গৈল ॥ ২৩৪০২
আৰো মাৰিলন্ত কোবাই সপ্তত্ৰিংশ ৰথ।
গদা হানি অভিমন্যু নিলা যমপথ ॥
কৌৰৱ দলত গৈয়া পশিলেক পাচে।
সহস্ৰেক মত্ত হস্তী নিলা যম কাষে ॥ ২৩৪০৩
আঠ শত হাতিয়াৰ ঘোটক বিস্তৰ।
লীলায়ে মাৰিলা কোবাই সুভদ্ৰা কুমাৰ ॥
পাচে দুঃশাসনৰ তনয় অনিৰ্ব্বাৰ।
গদা হানি ৰথখান ভাঙ্গিলা তাহাৰ ॥ ২৩৪০৪
ৰথভঙ্গ দেখি পাচে দুঃশাসনসুতে।
সিয়ো ঘোৰ গদা তুলি ধাইলা মহাদ্ৰুতে ॥
পাচে দুহান্তৰ ঘোৰ মিলিল সমৰ।
পাচে দুঃশাসনৰ তনয় অনিৰ্ব্বাৰ ॥ ২৩৪০৫
চক্ৰাকাৰ দেখি যেন দক্ষিণ মণ্ডল।
নসহে পৃথিৱী ভৰে কৰে টলবল ॥
গদা ঊৰ্দ্ধ কৰি গতি ফুৰে ছিদ্ৰ চাই।
সামৰ সামৰ বুলি মাতে দুই ভাই ॥ ২৩৪০৬
দুয়ো বীৰ দাৰুণ তৰুণ কলেৱৰ।
দুইকো দুয়ো ছিদ্ৰ চাই কৰন্ত প্ৰহাৰ ॥
খনো আগবাঢ়ি যাই খনো গুচে পাচে।
যেন দুই নটে বেশ ধৰি কৰে নাচে ॥ ২৩৪০৭
কাঢ়য় হুঙ্কাৰ দুয়ো কৰয় আস্ফাল।
তেজয় আটাস দুয়ো কৰ্ণে লাগে তাল ॥
চক্ষু টেৰ কৰি ঘনে দশন চৰ্ব্বয়।
তেলিয়াৰ শাল যেন শবদ কৰয় ॥ ২৩৪০৮
দুইকো দুই বধ মনে প্ৰহাৰ কৰয়।
শৰীৰত পৰি অগ্নিকণা নিকলয় ॥
দুইহানো মাথাত দুয়ো মাৰে গদা বাৰি।
ঠং ঠং কৰি গদা পৰয় উফৰি ॥ ২৩৪০৯
ধাৰে বহে শোণিত গাৱত ভৈল ক্ষত।
গেৰুধাৰা নিকলয় যেন পৰ্ব্বতত ॥
দুয়ো দুইহান্তৰ বধ কৰে অভিলাষ।
চৰ্ম্মে পীড়িলেক দুয়ো ভৈলেক হতাশ ॥ ২৩৪১০

সেহি বেলা ছিদ্ৰ পাই সুভদ্ৰা নন্দনে।
দুঃশাসনী মাথে কোব বৈসাইলা তেখনে ॥
নিকৰুণ ছোটে দুঃশাসনৰ তনয়।
ৰুধিৰ কৰিলা বান্তি শ্ৰুতি জ্ঞান নাই ॥ ২৩৪১১
ভূমিত পৰিলা যেন মৃতক আন্বয়।
গদা হাতে লৈয়া অভিমন্যু আছে চাই ॥
দুনাই ছোটে নঘালিলা অধৰ্ম্মক.ভয়।
মূৰ্চ্ছিত জনক প্ৰহাৰিবে যোগ্য নয় ॥ ২৩৪১২
দাৰুণ যুদ্ধত শ্ৰান্ত সুভদ্ৰা তনয়।
নুহি সেহি ছোটে তাৰ জীৱক খেদায় ॥
কতো বেলি সুস্থ হুয়া দুঃশাসন সুত।
সৌভদ্ৰক চাহি ক্ৰোধে গৰ্জ্জিলা বহুত ॥ ২৩৪১৩
পুনৰপি যুদ্ধ লাগি ভৈলা ভয়ঙ্কৰ।
অন্ধাসুৰ সমে যেন যুজন্ত শঙ্কৰ ॥
বিদূৰৰপৰা দুয়ো গৈলা গদা তুলি।
দুইৰো মাথে দুয়ো কোব দিলা হুঃ বুলি ॥২৩৪১৪
দাৰুণ প্ৰহাৰে দুয়ো ভৈলা অচেতন।
পৃথিৱীত ঢলিয়া পৰিলা দুয়োজন ॥
নাসাত নাহিকে বায়ু আমনা গমন।
যেন ইন্দ্ৰযাঠী পৰি আছে দুয়োজন ॥ ২৩৪১৫
দাৰুণ যুদ্ধত শ্ৰান্ত ভৈলন্ত পাণ্ডৱ।
তাতেসে উঠিল আগে দুৰ্জ্জন কৌৰৱ ॥
দেখে অভিমন্যু আছে অচেতনে পৰি।
মাথাত দিলেক মাৰ ধৰ্ম্মপথ এৰি ॥ ২৩৪১৬
হেন দেখি তাৰ যত লগৰীয়াগণে।
সবে মিলি বেঢ়ি কোবাই মাৰিলা তেখনে ॥
যেন ব্যাধগণে পশু মাৰিলে কোবাই।
সেহিমতে সৌভদ্ৰক মাৰিলে ডঙ্কাই ॥ ২৩৪১৭
এহিমতে একক মাৰিলে বিস্তৰ।
সিংহক মাৰিলা যেন প্ৰমত্ত কুঞ্জৰ ॥
কুমৰক মাৰি ৰঙ্গ ভৈলা কুৰুগণ।
ব্যাধি দূৰ গৈলে যেন শৰীৰ প্ৰসন্ন ॥ ২৩৪১৮
কুমাৰ পৰিল দেখি যত বীৰগণে।
আনন্দে আসিলা সবে চাহিবাক মনে ॥
যেন দাবাগ্নিৰ তাপে দগ্ধ কলেৱৰ।
শিশিৰে গুচাইল যেন দগ্ধ নিৰন্তৰ ॥ ২৩৪১৯
বৃক্ষ শান্ত ভৈল যেন নবহে মাৰুত।
তাপ এৰি সূৰ্য্য যেন ভৈল অস্তগত ॥
সেহিমতে শান্ত ভৈল কুৰু বীৰগণে।
যেৱে অভিমন্যু বীৰক বধিলা ঘোৰ ৰণে॥ ২৩৪২০
পৃথিৱীত উদিত যেহেন শশধৰ।
শুখাই পৰিল যেন সপত সাগৰ ॥
পূৰ্ণচন্দ্ৰ সম শোভে বদন মণ্ডল।
তাক দেখি মহা ৰঙ্গ ভৈলা কুৰুদল ॥ ২৩৪২১
সিংহে যেন হুঙ্কাৰ কৰয় ঠাই ঠাই।
থানে থানে বাৰে বেঢ়ি বিজয় বিধাই ॥
কতো বীৰগণে দেখি প্ৰসন্ন বদন।
ধাৰায়ে লোতক বহে কৰন্ত ক্ৰন্দন ॥ ২৩৪২২
অন্তৰীক্ষে থাকি দেৱগণে বোলে মন্দ।
ভূমিত পৰিয়া যেন শোভে পূৰ্ণ চান্দ ॥
দ্ৰোণ কৰ্ণ আদি ছয় মহাৰথীগণে।
আপোনাকে আপুনি কৰয় গৰিহণে ॥ ২৩৪২৩
ধিক হৌক আমাসাৰ বীৰত্ব নীচৰ।
শিশুক মাৰিলোঁ বেঢ়ি অন্যায় সমৰ ॥
আমাৰ বীৰত্ব শুনি হাসিবেক লোকে।
এহি বুলি গৰিহা কৰয় আপোনাকে ॥ ২৩৪২৪
অভিমন্যু বীৰ আছে ধৰণীত পৰি।
সিকালত শোভা কৰিলন্ত বসুন্ধৰী ॥
নক্ষত্ৰে সহিতে শোভা কৰন্ত আকাশ।
সেহিমতে বসুন্ধৰী কৰন্ত প্ৰকাশ ॥ ২৩৪২৫
সুৱৰ্ণ পুংসিয়া শৰ পৰিছে বিস্তৰ।
শোণিতাক্ত নদী তাত বহে নিৰন্তৰ ॥
ক্ষত্ৰিয়সবৰ শিৰ পৰিছে বিস্তৰ।
কুণ্ডলে মণ্ডিত যেন দুতি শশধৰ ॥ ২৩৪২৬
বিচিত্ৰ কুণ্ডল পৰি আছে ঠাই ঠাই।
ধ্বজ দণ্ড পৰি ৰণ-ধৰণী সুহাই ॥
থানে থানে পৰি আছে চামৰ ব্যজন।
দিব্য অস্ত্ৰ পৰি আছে দেখিতে শোভন ॥ ২৩৪২৭

হয় হস্তী পৰি আছে পদাতি বিস্তৰ।
নানা অলঙ্কাৰে শোভে দেখিতে সুন্দৰ॥
খড়্গ চৰ্ম্ম পৰি আছে আকাশ সঙ্কাশ।
ধনু শৰ পৰি আছে বিদ্যুত প্ৰকাশ॥ ২৩৪২৮
প্ৰাস শক্তি পৰি আছে গদা মুদগৰ।
যেন পৰি শোভা কৰে ভুজঙ্গ বিস্তৰ॥
হয় হস্তী ৰথী ৰথ মাৰিলা অপাৰ।
অগম্য কৰিলা ভূমি সুভদ্ৰা কুমাৰ॥ ২৩৪২৯
সি বেলাত মহাবীৰ সুভদ্ৰা কুমাৰে।
তিনি অক্ষৌহিণী সেনা মাৰিলা সমৰে॥
দশ লক্ষ মত্ত হস্তী ষাঠি লক্ষ ৰথ।
এক অযুতেক ঘোঁৰা নিল যমপথ॥ ২৩৪৩০
ৰূপে গুণে অনিন্দিত যেন শশধৰ।
মাৰিলন্ত দশ শত ৰাজাৰ কুমাৰ॥
এহিমতে বীৰগণ সুভদ্ৰা কুমাৰে।
লীলায়ে মাৰিয়া নিলা যমৰ নগৰে॥ ২৩৪৩১
পাচে কুৰুদলে বেঢ়ি অন্যায় সমৰে।
মূৰ্চ্ছিতজনক মাৰি নিলা যমঘৰে॥
যেৱে অভিমন্যু পৰি গৈলা যমঘৰে।
সেহি সময়ত অস্ত গৈলা দিবাকৰে॥ ২৩৪৩২
শৰীৰৰ হস্তে তেজ ধাৰা বাহিৰাইলা।
চন্দ্ৰমণ্ডলত পৰি তেখনে লুকাইলা॥
অভিমন্যু হত দেখি কুৰুবীৰগণে।
নাচে গাৱে জয় বাদ্য বাৱে ৰঙ্গ মনে॥ ২৩৪৩৩
নৃপতি শুনিলা অভিমন্যু লৈলা হত।
সবল বৃক্ষত যেন পৰিল নিৰ্ঘাত॥
বিস্তৰ বিলাপ কৰিলন্ত যুধিষ্ঠিৰ।
তাক নকহিলো পদ বাহুল্যক ডৰ॥ ২৩৪৩৪
পাণ্ডৱৰ শোক দুখ বিলাপ যতেক।
জয়দ্ৰথ বধে তাক শুনিবা প্ৰত্যেক॥
যতেক পুছিলা তাক কহিবো সম্প্ৰতি।
এহিমানে অভিমন্যু বধ সমাপতি॥ ২৩৪৩৫
তাক একমনে যিটো পঢ়য় শুনয়।
ধন জন লক্ষ্মী তাক নেৰয় সদায়॥
মৰিলেও বাসা হোৱে বিষ্ণুৰ ভুৱনে।
হেন জানি ভাৰত শুনিয়ো একমনে॥ ২৩৪৩৬
যিটো মহাজনে বুজে শাস্ত্ৰৰ সম্মত।
ব্ৰাহ্মণক দেই দান ধেনু একশত॥
সুবৰ্ণৰ শৃঙ্গ ৰজতৰ খুৰা চাৰি।
তাম্ৰ পিঠি কাংস্যোদৰ সালঙ্কৃতা কৰি॥ ২৩৪৩৭
বিশিষ্ট বিপ্ৰক দেই কৰিয়া সম্মান।
ততোধিক ফল পাৱে ভাৰত শ্ৰৱণ॥
অকস্মাত ভাৰত শুনয় যিটোজনে।
পুষ্কৰাদি তীৰ্থ স্নান পাৱে সিটোজনে॥ ২৩৪৩৮
হেনজানি শুনা সবে ভাৰতৰ কথা।
পাঠক গোপীনাথে পদ কৰিলা ব্যৱস্থা॥
নমো হৰি নমো হৰি তোমাৰ চৰণে।
কায়মনোবাক্যে মই পশিলোঁ শৰণে॥ ২৩৪৩৯
পতিত পাৱন তুমি অগতিৰ গতি।
তোমাৰ চৰণে মোৰ নছাড়োক মতি॥
তয়ু চৰণত মোৰ নছাড়োক আশ।
জন্মে জন্মে তোমাৰ দাসৰ হৈবো দাস॥ ২৩৪৪০
তয়ু গুণ নাম মোৰ মুখত আসোক।
তয়ু গুণ নাম মোক সদা নছাড়োক॥
এহি মনোৰথ পূৰ্ণ কৰিয়ো আমাৰ।
ডাকি ৰাম বুলি পোৰা পাতক ভাণ্ডাৰ॥ ২৩৪৪১

---

### অভিমন্যু বধত পাণ্ডৱৰ শোক

**পদ**

জয় নমো মধু-মুৰ-নৰক নাশন।
ভকত ৰঞ্জন নিৰঞ্জন নাৰায়ণ॥
মতি অনুসাৰে ভণে কবি সৰস্বতী।
দ্ৰোণপৰ্ব্ব কথা পদবন্ধে নিগদতি॥ ২৩৪৪২
কমল লোচন সুখ দুখ-বিমোচন।
নিজ জন ৰঞ্জন দানৱ শঙ্কোচন॥
যাৰ পৰিচয়ে সৰ্ব্ব মায়াৰ প্ৰলয়।
পুৰাণ পুৰুষ নাৰায়ণ জয় জয়॥ ২৩৪৪৩

নয়নে নিমিলে নিদ্ৰা নাহি অন্ন পান।
কামাতুৰ জনৰ নাৰীত যেন ধ্যান ॥
কবিৰো কথাত পদ সেহি পটন্তৰ।
কবিলোকে জানে আৰু নজানে অপৰ ॥২৩৪৪৪
পামৰৰ নিন্দা বাণী প্ৰশংসা বচন।
কিবা হানি লাভ আছে পদ বিৰচন ॥
বুধজনে যদি নকৰয় অভিনন্দা।
তেৱে মোৰ পদ ৰচনাত নাহি নিন্দা ॥ ২৩৪৪৫
পদবন্ধে আদিপৰ্ব্ব কৰিলো বিচিত্ৰ।
শকুন্তলা উপাখ্যান যযাতি চৰিত্ৰ ॥
সম্প্ৰতিক পদ বিৰচিবো বিদগদ।
দ্ৰোণপৰ্ব্ব ভাৰতৰ জয়দ্ৰথ বধ ॥ ২৩৪৪৬
ৰাজা ধৃতৰাষ্ট্ৰে পুছে কহন্ত সঞ্জয়।
কৌৰৱে পাণ্ডৱে যুদ্ধ ভৈলা যেন নয় ॥
ঘোৰ ৰণে যেৱে অভিমন্যু ভৈলা হত।
শুনিয়োক পাচকথা ভৈলা যেনমত ॥ ২৩৪৪৭
বীৰ অভিমন্যু যেৱে হত ভৈলা ৰণে।
অন্যায় সমৰে মাৰিলেক কুৰুগণে ॥
যথা কালযোগে অনন্তৰে নৃপবৰ।
সন্ধ্যাকাল ভৈল অস্তগত দিবাকৰ ॥ ২৩৪৪৮
সন্ধ্যাকাল সময়ে ভৈলেক অৱসান।
বীৰগণ গৈলা সবে স্বকি স্বকি থান ॥
সংশপ্তক নামে ভয়ঙ্কৰ সেনাগণ।
তেসম্বে সহিতে যুদ্ধ কৰিলা অৰ্জ্জুন ॥ ২৩৪৪৯
শুনিয়ো বচন প্ৰাণ সখি নাৰায়ণ।
আজি মোৰ কিসক বিকল কৰে মন ॥
বিকল শৰীৰ মন নকৰে উৎসাহ।
কোন গুণে সকল শৰীৰ কৰে দাহ ॥ ২৩৪৫০
চিত্ত নিৰুৎসাহ উতপাত আতিশয়।
দেখোঁ দশো দিশে মই অন্ধকাৰময় ॥
গদ্গদ বচন মুখত নিৰুৎসাহ।
ঢলো পৰো কৰে সৰ্ব্ব তনু কৰে দাহ ॥ ২৩৪৫১
আজি কি কুশলে ধৰ্ম্ম ৰাজা যুধিষ্ঠিৰ।
ভ্ৰাতৃগণ সহিতে জীৱন্ত মহাবীৰ ॥

আজি কি দুৰ্যোৰ ঘোৰ ৰণ সাগৰত।
ৰাজা যুধিষ্ঠিৰ দেখা প্ৰাণে ভৈলা হত ॥ ২৩৪৫২
শুনি অৰ্জ্জুনক কৃষ্ণে বুলিলা বুজাই।
অব্যাহতে আছন্ত তোমাৰ জ্যেষ্ঠভাই ॥
জানা নৃপতিৰ কিছু নাহি পৰাভৱ।
তাঙ্ক লাগি চিন্তা পৰিহৰিয়ো পাণ্ডৱ ॥ ২৩৪৫৩
সংগ্ৰামত আন কিবা মিলিল প্ৰমাদ।
সিহেতু কৰয় তযু চিত্ত উনমাদ ॥
মাধৱে বুলিলা তাঙ্ক প্ৰবোধ বচন।
পাচে ৰথহন্তে নামিলন্ত দুয়োজন ॥ ২৩৪৫৪
বেদৰ বিহিত সন্ধ্যাকাল যত ধৰ্ম্ম।
দুই বীৰে তথাত কৰিলা নিত্যকৰ্ম্ম ॥
অনন্তৰে ৰথত বসিলা দুয়ো বীৰ।
কতোক্ষণে পাইলা গৈয়া ভাগিৰথী তীৰ ॥২৩৪৫৫
পাণ্ডৱী দলত বৰ মিলিল বিৰঙ্গ।
কাংস্য পৰি জিম গৈল নাহি ৰঙ্গ ঢঙ্গ ॥
কেশৱক সম্বুধি মাতন্ত ধনঞ্জয়।
দেখা সখি কিনো বিমঙ্গলৰ আশ্ৰয় ॥ ২৩৪৫৬
ক্ষত্ৰিয় মধ্যত যেন ধনঞ্জয় বীৰ।
ৰাজাৰ মধ্যত অগ্ৰগণি যুধিষ্ঠিৰ ॥
বীৰৰ মধ্যত যেৱে গণি বৃকোদৰ।
ইসব তিনিৰ সম নোহে পটন্তৰ ॥ ২৩৪৫৭
মুনিগণ যদিবা হোৱয় মতিভ্ৰম।
ভীম সম যদিবা হোৱয় ৰণ শ্ৰম ॥
আসম্বাৰ হেন যদি বাখিয়া পঠাল।
লেখকৰ দোষক ধৰিতে নোহে ভাল ॥ ২৩৪৫৮
শঙ্খ যে দুন্দুভি ভেৰী মৃদঙ্গ পটৱ।
আমাৰ গৃহত আজি নকৰে উৎসৱ ॥
ঢাক ঢোল জাৰ্জাৰ ডিণ্ডিম আড়ম্বৰ।
নুশুনো সম্বাদ আজি অনেক বাদ্যৰ ॥ ২৩৪৫৯
নুশুনি আনন্দ বোল প্ৰজাৰ ঘঞ্জাল।
নিশৱদ তাল কৰতাল ৰামতাল ॥
নপঢ়ে মঙ্গল স্তুতি নাহি নৃত্য গীত।
ভাটসবে ভট্টিমা নপঢ়ে মনোনীত ॥ ২৩৪৬০

বীৰগণে মোৰ মুখ সম্মুখে নচায় ।
মোক দেখি অধোমুখে বিদূৰে পলায় ॥
আজি দেখো বীৰগণ শৰীৰ পাণ্ডুৰ ।
যাৰ যেন যোগ্য মোক নকৰে আদৰ ॥ ২৩৪৬১
আজি বীৰগণ সখি জীৱন্ত পাণ্ডৱ ।
ৰাজা যুধিষ্ঠিৰ ৰণে হৈলা পৰাভৱ ॥
আনো ৰাজা বন্ধু কিবা আছে পূৰ্ব্বৱতে ।
দ্রুপদ বিৰাট কিবা আছে ভালমতে ॥ ২৩৪৬২
ভ্ৰাতৃবৰ্গ সমে অভিমন্যু পুত্ৰবৰে ।
আজি মোক আগবাঢ়ি নেনন্ত সাদৰে ॥
এহি কথা আলাপে অৰ্জ্জুন হৃষীকেশ ।
মহাক্ৰতে ভৈলা দুয়ো গৃহত প্ৰৱেশ ॥ ২৩৪৬৩
সহদেৱ নকুল নৃপতি যুধিষ্ঠিৰ ।
ভীমসেন আনো যত পাণ্ডৱৰ বীৰ ॥
ধৰণী তলত ধূলি ধূসৰিত কায় ।
পৰি পৰি আছে সবে দেখিলন্ত যায় ॥ ২৩৪৬৪
দেখি ধনঞ্জয় বোলে শুনা ভ্ৰাতৃগণ ।
কেনে আজি সবাৰে বদন অপ্ৰসন্ন ॥
পৰি পৰি আছা যেন হুয়া উনমত্ত ।
অভিমন্যু পুত্ৰক নেদেখোঁ সমাজত ॥ ২৩৪৬৫
তুমিসবে মোক আজি মধুৰ বচনে ।
পূৰ্ব্বমতে আশ্বাস নকৰা কি কাৰণে ॥
শুনিলোঁ পাতিলে গুৰু দ্ৰোণে চক্ৰব্যূহ ।
মনুষ্যত দেখিলোঁ অভেদ যেন ৰাহু ॥ ২৩৪৬৬
গুৰু দ্ৰোণে ব্যূহ পাতিলন্ত বিপৰীতে ।
তুমিসবে তাক কেহো নজানা ভেদিতে ॥
অভিমন্যু কেৱলে জানন্ত ভেদিবাক ।
বাহিৰ হইবাৰ পুনু নিশিখাইলো তাক ॥ ২৩৪৬৭
অভিমন্যু কুমাৰক পাণ্ডৱ সমাজে ।
যদি হেন সাজিয়া পঠাইলা ব্যূহ মাজে ॥
অভিমন্যু হত যেৱে নভৈলা ৰণত ।
তেৱেতো আনন্দ আজি মোহোৰ মনত ॥২৩৪৬৮
দেখি অনুমানে আজি জানিলোঁ মনত ।
অভিমন্যু পুত্ৰ সমৰত ভৈলা হত ॥
বৰ্ত্তুল বিশাল বাহু ৰকত নয়ন ।
মহা গিৰি গহ্বৰৰ মত্ত সিংহ যেন ॥ ২৩৪৬৯
বাসৱৰ নাতি সুকুমাৰ মহাবল ।
পৃথিবী মধ্যত যেন বীৰ আখণ্ডল ॥
মোৰ মহাপ্ৰিয় সুত সুভদ্ৰা নন্দন ।
কহা কেনমতে সিটো ৰণে ভৈলা ছন্ন ॥ ২৩৪৭০
দ্ৰৌপদীৰ প্ৰিয়কৰ কৃষ্ণৰ ভাগিন ।
যাক কুন্তী মাৱে তুলিলন্ত ৰাত্ৰি দিন ॥
হেননো পুত্ৰক কোনে কৰিলেক ছন্ন ।
আজি ভৈল তাহাৰ যমক সুমৰণ ॥ ২৩৪৭১
মাধৱৰ যেন মহা বিক্ৰম মহিমা ।
অস্ত্ৰ শস্ত্ৰ শিখিবাৰ যাৰ নাহি সীমা ॥
আতঙ্কিত শকতি কৃষ্ণৰ প্ৰিয়কৰ ।
হেন অভিমন্যু যেৱে গৈল যমঘৰ ॥ ২৩৪৭২
কায় কান্তি কুসুম কুটিল কেশ পাশ ।
মহাকাল বৃক্ষ যেন শৰীৰ প্ৰকাশ ॥
বয়সত শিশু ঠান মৃগৰ লোচন ।
যেন মহা ময় মত্ত হস্তীৰ গমন ॥ ২৩৪৭৩
ঈষৎ কটাক্ষ হাসি মধুৰ বচন ।
নকৰিলা হিত গুৰু বাক্যক লঙ্ঘন ॥
হেনয় তনয় যদি নেদেখোঁ নয়নে ।
জানিবা মোহোৰ বাসা যমৰ কৰণে ॥ ২৩৪৭৪
মোৰ অৰ্দ্ধগুণে যাক গণিতাত গণি ।
তৰুণ শৰীৰ বীৰগণ চূড়ামণি ॥
প্ৰদ্যুম্নৰ কৃষ্ণৰ মোহোৰ অৰ্দ্ধগুণ ।
সকলে শিখিল শৰ প্ৰহাৰ নিপুণ ॥ ২৩৪৭৫
প্ৰথমত সহি থাকে নকৰে প্ৰহাৰ ।
অনন্তৰে ৰিপুক কৰন্ত বুন্দামাৰ ॥
হেনয় পুত্ৰক যদি নেদেখোঁ নয়নে ।
জানিবা মোহৰ বাসা যমৰ ভুৱনে ॥ ২৩৪৭৬
শোভন নাসিকা চাৰু ললাট নয়ন ।
ৰুচিকৰ ভ্ৰূৱযুগ অধৰ দশন ॥
পূৰ্ণিমাৰ চন্দ্ৰ যেন চাৰু পুত্ৰমুখ ।
আজি যদি নেদেখোঁ চিত্তৰ কোন সুখ ॥ ২৩৪৭৭

সুকোমল কুমাৰ কোমল মৃদু বাক।
ৰত্নময় শয্যাত শয়নে শোভে যাক ॥
সকলৰে নাথ আজি অনাথ পৰায়।
জানিলোঁ ৰণত পৰি ধৰণী সুহাই ॥ ২৩৪৭৮
শয়ন সময়ে যাক অনেক প্ৰকাৰে।
সেৱা কৰে পৰম সুন্দৰী নাৰীবৰে ॥
সিটো বাপু আজি ধৰণীত আছে পৰি।
মাংস লোভে অনেক শৃগালে আছে বেঢ়ি ॥ ২৩৪৭৯
নটে ভাটে কৰে তুতি সবে গীত গায়।
প্ৰভাতে নিদ্ৰাক যাক প্ৰবোধ কৰায় ॥
তাক আজি বেঢ়ি বেঢ়ি শৃগাল কুকুৰে।
ঘোৰ অমঙ্গল ৰাৱ কৰয় নিষ্ঠুৰে ॥ ২৩৪৮০
সুবৰ্ণৰ দণ্ড চাৰু ছত্ৰ তুলি ধৰি।
ৰৌদ্ৰ ভয়ে যাহাৰ উপৰে ছায়া ধৰি ॥
শৰত কালত শশধৰে কান্তি কৰে।
যাক দেখি তৰুণীগণৰ চিত্ত হৰে ॥ ২৩৪৮১
পুত্ৰৰ হেনয় যদি সুন্দৰ বদন।
ধৰণীত পৰি ধূলি মাতি ভৈলা ছন্ন ॥
কৌৰৱৰ শৰে পৰি আছে ধৰণীত।
জানো ধূলি ধূসৰিত বিকৃত চৰিত ॥ ২৩৪৮২
দেখিবাক নপাইলোঁ তোমাক নেত্ৰভৰি।
হৰি হৰি যম-নগৰক সাৰ কৰি ॥
কৈত এৰি গৈলি অভিমন্যু মহাবল।
তুমি অবিহনে মোৰ জীৱন নিষ্ফল ॥ ২৩৪৮৩
আজি জানো যমৰ নগৰী সাৰ কৰি।
হা হা পুত্ৰ চলিলি আমাক পৰিহৰি ॥
আজি জানো যমৰাজা বৰুণ বাসৱ।
তোমাক অতিথি পাই কৰয় গৌৰৱ ॥ ২৩৪৮৪
অগাঢ় সাগৰে পৰি হাৰাইলেক বিত্ত।
তাৰ শোকে সাধুজনে বিকল চৰিত্ৰ ॥
পুত্ৰশোক সন্তাপে দগধ ভৈল কায়।
কৰন্ত বিলাপ শোকে দগধ পৰায় ॥ ২৩৪৮৫
হৰি হৰি কোথা গৈল অভিমন্যু বাপ।
হেন বুলি ধনঞ্জয় কৰন্ত বিলাপ ॥

লোতকে ঢাকিল চক্ষু গদ গদ বাক।
অনন্তৰে ধীৰে ধীৰে বুলিলা ৰাজাক ॥ ২৩৪৮৬
আজি কেনমতে কৰা অনেক ক্ৰন্দন।
সম্মুখ সমৰে অভিমন্যু ভৈল ছন্ন ॥
বীৰগণ সহিতে সম্মুখ ৰণ কৰি।
চলি গৈলা বীৰ আজি যমৰ নগৰী ॥ ২৩৪৮৭
অনুমানে জানো আজি সমৰ ভূমিত।
অভিমন্যু সমৰ কৰিলা বিপৰীত ॥
কৰ্ণ কৃপ দ্ৰোণ অশ্বত্থামা দুঃশাসন।
সবে কুৰুগণে আগবাঢ়ি দিলা ৰণ ॥ ২৩৪৮৮
একক অনেক বীৰে কৰিলা প্ৰহাৰ।
ৰণত বিকল হুইয়া সুভদ্ৰা কুমাৰ ॥
সহায়ক মনে জানো সুমৰিলা মোক।
ধনঞ্জয় বাপ মোক ৰক্ষা কৰিয়োক ॥ ২৩৪৮৯
ধনঞ্জয় বাপে হুনু কৰিবা ৰক্ষণ।
তেৰেতো ইবেলা মোৰ ৰক্ষা পৰে প্ৰাণ ॥
এহি বুলি বাৰম্বাৰ সুমৰে আমাক।
যি বেলাত কৌৰৱে মাৰন্ত শৰজাক ॥ ২৩৪৯০
অথবা সুভদ্ৰাসুত কৃষ্ণৰ ভাগিন।
অতিৰথী বীৰবৰ ৰণে নহে হীন ॥
আমাৰ বীৰ্য্যত জন্ম লভিলা শোভন।
কেনে হেন বুলিবন্ত কাতৰ বচন ॥ ২৩৪৯১
বজ্ৰতো অধিক মোৰ হৃদয় নিষ্ঠুৰ।
পুত্ৰশোক সন্তাপে নুহিকে কেন চুৰ ॥
অভিমন্যু হেন পুত্ৰ গৈলা যমঘৰ।
ইকি শোকে প্ৰাণ আৰু ৰহে মনুষ্যৰ ॥ ২৩৪৯২
ধিক ধিক কৌৰৱৰ যত মহাবীৰ।
আতি নিদাৰুণ ভাৱ স্বভাৱে নিষ্ঠুৰ ॥
বিশেষত অতি শিশু দেহা সুকুমাৰ।
হেনকি পুত্ৰক ঘোৰ কৰিলে প্ৰহাৰ ॥ ২৩৪৯৩
মহা সুলক্ষণী অভিমন্যুৰ জননী।
একে পুত্ৰৱতী নাৰী কৃষ্ণৰ ভগিনী ॥
পুত্ৰশোকে সুভদ্ৰা আছন্ত অচেতনে।
কোনমতে তান মুখ চাহিবো এখনে ॥ ২৩৪৯৪

সুভদ্ৰা সুন্দৰী আজি পূৰ্ব্বৰ আভাসে
আসিবন্ত পুত্ৰ দৰশন অভিলাষে ॥
পুত্ৰক নেদেখি কিনো বুলিবন্ত মোক।
যমকাল ভৈলা সুভদ্ৰাৰ পুত্ৰশোক ॥ ২৩৪৯৫
মহাশোকে সন্তাপে বিকল কুন্তী মাৱ।
দ্ৰৌপদী সুভদ্ৰা দুয়ো শোকাকুল ভাৱ ॥
তাসম্বাৰ আগত কহিবো কোন কথা।
হৰি হৰি বিধাতা কৰিলি অন্যৰথা ॥২৩৪৯৬
শুনি আজি ৰণে অভিমন্যুৰ মৰণ।
মোক দেখি বৰনাৰী কৰিবে ক্ৰন্দন ॥
সিবেলা নয়নে দেখি সুভদ্ৰা নাৰীক।
দাৰুণ হৃদয় ফুটি নপৰিব কিক ॥ ২৩৪৯৭
অনেক আনন্দ ৰোল বিজয় সম্বাদ।
আপুনি শুনিলো কৌৰৱৰ সিংহনাদ ॥
যেৱে হেন জানো অভিমন্যু ভৈলা হত।
সিবেলা কৌৰৱ জীৱে মোহোৰ হাতত ॥ ২৩৪৯৮
সিবেলা আপুনি কৰ্ণে শুনিলা মাধৱ।
ভৰ্ৎসিল অনেক যুযুধান মহাশয় ॥
ছৱালক মাৰি বৰে কৰে কৌতুহল।
ধনঞ্জয় আসিলে ভুঞ্জিবা তাৰ ফল ॥ ২৩৪৯৯
কৌৰৱৰ যত বীৰ সবে দুৰাচাৰ।
ক্ষত্ৰিয় জাতিৰ হেন অধম আচাৰ ॥
একেশ্বৰ বীৰক অনেক বীৰে পাই।
বেঢ়ি প্ৰহাৰিলে ইকি ধৰ্ম্মক যুৱাই ॥ ২৩৫০০
জানিবা মিলিল হেৰা দুৰ্ঘোৰ প্ৰমাদ।
চিন্তাৰ বিষয় আৰ কৰা সিংহনাদ ॥
অৰ্জ্জুনৰ বৰ ক্ৰোধে চিন্তিলা বিষম।
এৱে আপোনাৰ দৰশায়ো পৰাক্ৰম ॥ ২৩৫০১
কৃষ্ণৰ ভাগিন অৰ্জ্জুনৰ প্ৰিয় সুত।
তাৰ দ্ৰোহ চিন্তিয়া এৰাইবাহা কৈত ॥
সিংহৰ গৰ্জ্জনে গৰ্জ্জি আতি বিপৰীত।
হেৰা মোক কোনে আসি হৈব উপস্থিত ॥ ২৩৫০২
বেশ্যা কন্যা গৰ্ভে জাত ধৃতৰাষ্ট্ৰ সুত।
বুলিলাহা যুযুধানে বচন যুগুত ॥
ধনু কাণ্ড কৱচ সবাকে পৰিহৰি।
মোক এৰি গৈলা বীৰে বহু নিন্দা কৰি ॥২৩৫০৩
হেন কথা শুনি আছোঁ আপোন শ্ৰৱণে।
সিবেলাত মোত নকহিলা নাৰায়ণে ॥
পুত্ৰৰ মৰণ যেৱে শুনোঁ সিবেলাত।
তেতিক্ষণে কৌৰৱক নকৰোঁ বিঘাত ॥ ২৩৫০৪
হেনমতে অসন্তোষ কৰন্ত পাণ্ডৱে।
প্ৰবোধ বচন পাচে বোলন্ত মাধৱে ॥
আকুল ব্যাকুল কেনে বাতুল পৰায়।
অভিমন্যু মৰন্তে সন্তাপ নুযুৱাই ॥ ২৩৫০৫
ক্ষত্ৰিয়ৰ এহি ধৰ্ম্ম শাস্ত্ৰৰ বিহিত।
বৈৰ সমে সমৰ কৰিবা বিপৰীত ॥
বৈৰক মাৰিয়া ৰণে সাধিবা জয়তি।
সম্মুখ সমৰে পৰি যাইবা অত্ৰাৱতী ॥ ২৩৫০৬
তযু ভ্ৰাতৃগণ আৰো যত ৰাজাগণ।
তোমাৰ বিমন দেখি সবাৰে বিমন ॥
বিকল নোহোৱা সখি দাৰুণ সন্তাপে।
সবাকে তুষিয়ো প্ৰিয় বচন আলাপে ॥ ২৩৫০৭
হেনমতে যদি তাঙ্ক কৃষ্ণে আশ্বাসিলা।
দুনাই অৰ্জ্জুনে ভ্ৰাতৃগণক মাতিলা ॥
যেনমতে অভিমন্যু বীৰ হৈলা হত।
সকলে বৃত্তান্ত মোত কৰিয়ো বেকত ॥ ২৩৫০৮
যদি বজ্ৰহস্তে ইন্দ্ৰ আছে ক্ৰোধ কৰি।
নচেত আসয় যম কৰে দণ্ড ধৰি ॥
তথাপি নুহিব ভঙ্গ মোৰ হেন মন।
যদি তুমিসবে স্বৰূপত কৰা ৰণ ॥ ২৩৫০৯
হীনবল পাণ্ডৱৰ আছোক ধিকাৰ।
ধিক ধিক ভীমৰ আছোক গদাভাৰ ॥
সবে মিলি সমৰে আছিলা বিদ্যমান।
সবাৰে আগত পুত্ৰ ভৈল গতপ্ৰাণ ॥ ২৩৫১০
এহি বুলি থাকিলন্ত ইন্দ্ৰৰ নন্দন।
সুমৰি সুমৰি বীৰে কৰন্ত ক্ৰন্দন ॥
যুধিষ্ঠিৰে বোলন্ত গৌৰৱে জ্যেষ্ঠভাই।
কৃষ্ণেয়ো বোলন্ত অৰ্জ্জুনক অৱগাই ॥ ২৩৫১১

শয়নে ভোজনে অন্ন পানে নাহি ভিন্ন।
কৃষ্ণ অৰ্জ্জুনৰ মিত্ৰব্ৰতি ৰাত্ৰি দিন॥
অৰ্জ্জুনৰ পৰম গৌৰৱে নৃপতিক।
কোনে আনে প্ৰবোধিবে দুইতো অধিক॥২৩৫১২
বিপৰীত অৰ্জ্জুনৰ দেখি কোপানল।
নিশব্দে থাকিলেক সমাজ সকল॥
কতোক্ষণে মনে গুণি ৰাজা যুধিষ্ঠিৰ।
অৰ্জ্জুনৰ আগত মাতন্ত ধীৰে ধীৰ॥ ২৩৫১৩
সংশপ্তকগণক প্ৰতি তুমি যেতিক্ষণে।
কৃষ্ণে সমে ধাই গৈলা সমৰক মনে॥
জীৱন্তে ৰণতে মোক ধৰিবাক প্ৰতি।
মহা যত্ন কৰিলেক দ্ৰোণ সেনাপতি॥ ২৩৫১৪
মহা ভয়ঙ্কৰ চক্ৰব্যূহক পাতিল।
সমদলে কটকে আমাক ৰণ দিল॥
আমিয়ো পাতিলো সেনা ব্যূহ গুৰুতৰ।
দ্ৰোণে সমে পাচে ঘোৰ লাগিল সমৰ॥ ২৩৫১৫
ধৰিবাক প্ৰতি মোক দ্ৰোণৰ যতন।
মোক ৰক্ষা কৰন্ত অনেক বীৰগণ॥
হুলস্থুল আন্দোল মিলিল বিপৰীত।
দ্ৰোণৰ আমাৰ যুদ্ধ ভৈলা আতঙ্কিত॥ ২৩৫১৬
চক্ৰব্যূহ পাতি দ্ৰোণে মোক দিলা ধাৰি।
আমিসবে এক হুইয়া দ্ৰোণক নিবাৰি॥
নিকৰুণ শৰ হানি দ্ৰোণে বিপৰীত।
ৰণত আমাক সবে কৰিলে ব্যথিত॥ ২৩৫১৭
দ্ৰোণ শৰে ভৈলোঁ আমি জৰ্জৰিত প্ৰায়।
আছোক যুজিবো তাক সহন নযায়॥
নেদেখি জীৱন হেতু বিকল স্বভাৱ।
জলমধ্যে কৰে যেন টল-বল নাৱ॥ ২৩৫১৮
সবে মিলি পাচে আলোচিলোহো উপায়।
অন্যথা দ্ৰোণক ৰণে জিনন নযায়॥
যদি অভিমন্যু নকৰন্ত পৰিত্ৰাণ।
তেৱে নৃপতিক ৰক্ষা হেতু নাহি আন॥ ২৩৫১৯
সবে মিলি পাচে আলোচিয়া কৰি সাৰ।
অভিমন্যু তনয়ত নিবেদিলোঁ ভাৰ॥

চক্ৰব্যূহ ভেদি তুমি অৰ্জ্জুনকুমাৰ।
যুদ্ধনাৱে তুমি সাগৰত কৰা পাৰ॥ ২৩৫২০
হেন যদি তাঙ্ক আমি বুলিলো বিনয়।
কৰিলন্ত অঙ্গীকাৰ তোমাৰ তনয়॥
যেন তেজি ঘোটকত বহৱয় ভাৰ।
অসাধ্য কৰ্ম্মক কৰিলন্ত অঙ্গীকাৰ॥ ২৩৫২১
পায়া আছে অভিমন্যু তযু উপদেশ।
চক্ৰব্যূহ ভেদি বীৰ ভৈলন্ত প্ৰৱেশ॥
অপাৰ সাগৰ সেনা সমুদ্ৰে মিলিল।
গৰুড় উৰাউ কৰি তাঁহাত পৰিল॥ ২৩৫২২
যেৱে ব্যূহ ভেদি পশিলন্ত ধনুৰ্দ্ধৰ।
সেহি পথে আমিও পশিলোঁ অভ্যন্তৰ॥
বীৰ অভিমন্যুৰ পাচত মহাবলে।
আমিসব পশিলোঁ কটকে সমদলে॥ ২৩৫২৩
জয়দ্ৰথ সৈন্ধৱ নৃপতি লঘুতৰ।
পূৰ্ব্বত হৰত পাইয়া আছে এহি বৰ॥
হৰ বৰদানে বীৰ পাণ্ডৱ যতেক।
সবাকো জিনিবা ধনঞ্জয় ব্যতিৰেক॥ ২৩৫২৪
সেহি শঙ্কৰৰ বৰে প্ৰমাদ মিলিল।
আমাক পথত জয়দ্ৰথে নিবাৰিল॥
যাইবাক নপাৰি জয়দ্ৰথৰ অন্তৰে।
বীৰ অভিমন্যু যে পশিল একেশ্বৰে॥ ২৩৫২৫
পাতালে পশিলে যেন মহা সৰ্পৰায়।
আন একো বীৰ তান নভৈল সহায়॥
ব্যূহ ভেদি অভিমন্যু কৰন্ত কদন *।
দেখি ছয় মহাৰথী বেঢ়ী দিলা ৰণ॥ ২৩৫২৬
দ্ৰোণ সেনাপতি অশ্বত্থামা কৰ্ণ কৃপ।
বৃহদ্ৰথ ৰাজা আৰু কৃতবৰ্ম্মা ভূপ॥
সবে দল'মহাৰথী একত্ৰে মিলিল।
এক হুয়া অভিমন্যু বীৰক ভেদিল॥ ২৩৫২৭
ছয়ো ধনুৰ্দ্ধৰ মহা ঘোৰ দিলা ৰণ।
ছয়োক ভেদিল ৰণে তোমাৰ নন্দন॥

* কদন — বিনাশ

একেবাৰে ঘোৰ ৰণে ছয়ো মহাৰথ।
ৰণ ধৰ্ম্ম এৰি তাঙ্ক কৰিলা বিৰথ ॥ ২৩৫২৮
ধনু কাণ্ড কবচ সাৰথি ৰথ ছেদ।
ছয় মহাৰথীৰ প্ৰহাৰে অঙ্গ ভেদ ॥
পাচে দুঃশাসনৰ তনয়ে গদা ধৰি।
তোমাৰ পুত্ৰক প্ৰহাৰিলা দৃঢ় কৰি ॥ ২৩৫২৯
হেন অনিয়ম সমৰত বীৰবৰ।
অভিমন্যু মৰি গৈলা যমৰ নগৰ ॥
অদভুত সমৰত কৰিলা কদন।
সম্মুখে পৰিল বাপু তোমাৰ নন্দন ॥ ২৩৫৩০
সহস্ৰ দুতয় ৰাজপুত্ৰ নিবাৰিল।
নিজৰণে ৰথ অষ্ট সহস্ৰ বধিল ॥
ঘোঁৰা নব সহস্ৰ পদাতি তত সম।
প্ৰমত্ত দান্তাল নব সহস্ৰ উত্তম ॥ ২৩৫৩১
আনো বীৰগণ মানে অসংখ্য প্ৰমাণ।
তোমাৰ তনয় ৰণে ভৈল গতপ্ৰাণ ॥
সন্মুখ সমৰে পৰি গৈল স্বৰ্গলোক।
হেন আজি আমাৰ মিলিল মহাশোক ॥ ২৩৫৩২
ৰাজাৰ বচন শুনি ভৈল সচকিত।
হা হা পুত্ৰ বুলি বীৰ পৰিলা ভূমিত ॥
আকুঞ্চিত কেশ পাশ মুকুত বসন।
পৃথিবীত পৰি ধনঞ্জয় অচেতন ॥ ২৩৫৩৩
পৰি আছে মহাবীৰ মৃতক পৰায়।
বেঢ়ি বেঢ়ি আছে বীৰগণ সমুদায় ॥
অন্যো অন্যে কিছু নকৰন্ত সম্ভাষণ।
সঘনে চাহন্ত অন্যে অন্যৰ বদন ॥ ২৩৫৩৪

জয়দ্ৰথক বধিবলৈ অৰ্জ্জুনৰ প্ৰতিজ্ঞা

অৰ্জ্জুনক দেখিয়া থাকিলা বীৰচয়।
কতোক্ষণে চেতন লভিলা ধনঞ্জয় ॥
কোপে কম্পমান তনু বীৰ পাণ্ডুসুত।
ঘনে ঘনে নিশ্বাস কাঢ়ন্ত অদভুত ॥ ২৩৫৩৫
বহি যায় চক্ষুৰ লোতক ধাৰাসাৰে।
দশোদিশ চাহন্ত দেখন্ত অন্ধকাৰে ॥
কিঞ্চিতেক স্বস্থ হুইয়া কুন্তীৰ নন্দন।
বীৰগণ মধ্যে বোলে প্ৰতিজ্ঞা বচন ॥ ২৩৫৩৬
শুনা দদা যুধিষ্ঠিৰ কৰো অঙ্গীকাৰ।
কালি জয়দ্ৰথৰ চিন্তিবো মহামাৰ ॥
পাণ্ডৱক প্ৰতি দুৰাচাৰ সিন্ধুৰায়।
ভয় ভীত হইয়া যদি কালি নপলায় ॥ ২৩৫৩৭
মৃত্যুভয়ে মোত যদি নপশে শৰণে।
শৰণ নলয় যদি তোমাৰ চৰণে ॥
নলৱে শৰণ যদি চৰণে কৃষ্ণত।
তেৱে সৈন্ধৱক কালি বধিবো ৰণত ॥ ২৩৫৩৮
যতেক তাহাক কৰি আছোঁ উপকাৰ।
পাসৰিলে তাক সিন্ধুৰাজ দুৰাচাৰ ॥
কৌৰৱক গৌৰৱে অনিষ্ট চিন্তে মোক।
কালি জয়দ্ৰথ যম নগৰে চলোক ॥ ২৩৫৩৯
মাতৃহত্যা পিতৃহত্যা যিটো নৰে কৰে।
জ্ঞানে বা অজ্ঞানে যিটো গৰু বিপ্ৰ মাৰে ॥
তাসম্বাৰ হোৱে সেই নৰকত থিতি।
মোৰ সেহি ঘোৰতৰ নৰকত গতি ॥ ২৩৫৪০
অধিকাৰ পায়া যিটো কৰে উতকোচ।
প্ৰথমতে দান দিয়া কৰে অনুশোচ ॥
ভাৰ্য্যা পুত্ৰ জনক ভাতৃক পৰিহৰি।
ভুঞ্জয় মধুৰ পান অন্ন পেট ভৰি ॥ ২৩৫৪১
কুলধৰ্ম্ম নাহি যাৰ আচাৰ মৰ্য্যাদা।
যিটোজনে কৰয় জনক বাদ নিন্দা ॥
যিটোজনে ব্ৰাহ্মণক কৰে নিন্দাবাদ।
মদ্য পান কৰে যেহি কৰে ধৰ্ম্মবাদ ॥ ২৩৫৪২
শ্ৰাদ্ধ কৰি নেদয় শ্ৰোত্ৰিয় ব্ৰাহ্মণক।
যেহিজন মদ্য মাংস হোৱয় ভক্ষক ॥
যত যত পাপীজন আছে সংসাৰত।
কাহাকো কহিলো কাকো নভৈল বেকত ॥২৩৫৪৩
তাৰ সঙ্গে হোক মোৰ নৰকত থিতি।
সমৰে নবধো যেৱে সৈন্ধৱ নৃপতি ॥
আৰু শুনা মোহোৰ দাৰুণ অঙ্গীকাৰ।
দিবা ভাগে বধিবো সৈন্ধৱ দুৰাচাৰ ॥ ২৩৫৪৪

দিবা ভাগে বধিবাক নপাৰো বীৰক ।
এতেকে জানিবা অঙ্গীকাৰ নিৰৰ্থক ॥
যদি মোৰ অঙ্গীকাৰ হোৱে লঘুতৰ ।
সৈন্ধৱ থাকন্তে অস্ত যান্ত দিবাকৰ ॥ ২৩৫৪৫
সবাৰে আগতে সত্য কৰিলোঁ বিশেষি ।
আপুনি এৰিবো প্ৰাণ অগ্নিত প্ৰৱেশি ॥
সুৰাসুৰ গন্ধৰ্ব্ব মনুষ্য নিৰন্তৰ ।
পক্ষীগণ নাগগণ যত নিশাচৰ ॥ ২৩৫৪৬
সৰ্ব্ব চৰাচৰ পিতৃ মাতৃ ঋষিগণ ।
জয়দ্ৰথ পাপিষ্ঠক কৰিব ৰক্ষণ ॥
প্ৰৱেশে পাতালে নোহে ইন্দ্ৰৰ ভুৱনে ।
মহাভয়ে যাই যদি কৈলাস ভুৱনে ॥ ২৩৫৪৭
তথাপিতো কালি তাক ৰজনী প্ৰভাতে ।
প্ৰতিজ্ঞা সাম্ফলি বিনাশিবো সমৰতে ॥
এহি বুলি ধনু ধৰি পাণ্ডুৰ কুমাৰ ।
আকাশত প্ৰতি ক্ষেপিলন্ত সাতবাৰ ॥ ২৩৫৪৮
পৰম আটোপে কোপে উৎসাহ হৃদয় ।
জয় সিংহনাদ কৰিলন্ত ধনঞ্জয় ॥
পাঞ্চজন্য শঙ্খ ফুঙ্কিলন্ত জনাৰ্দ্দন ।
পৰম উৎসৱ ৰঙ্গ ভৈল সৰ্ব্বজন ॥ ২৩৫৪৯
দশোদিশ পূৰিল কৃষ্ণৰ শঙ্খনাদে ।
অনন্তৰে ভৈলা তথা অনেক প্ৰমাদে ॥
পাণ্ডৱী দলত ভৈল অনেক উৎসৱ ।
দশোদিশ ঢাকি প্ৰজা কৰে শিঙ্গাৰাৱ ॥ ২৩৫৫০
নানাবিধ বাদ্য ভণ্ড উৎসৱ প্ৰসঙ্গ ।
পাণ্ডৱী দলত ভৈল বহুবিধ ৰঙ্গ ॥
হেন যদি প্ৰতিজ্ঞা কৰিলা মহাবল ।
চৰে গৈয়া সৈন্ধৱত কহিলা সকল ॥ ২৩৫৫১
শুনি অচেতন ভৈল মৃতক পৰায় ।
মনে মনে চিন্তে বীৰ জীৱন উপায় ॥
কৌৰৱ নৃপতিগণ আছন্ত যথাত ।
তথাকে চলিলা কৰি মনে উতপাত ॥ ২৩৫৫২
মহাকোপে সন্তাপে বিকল সিন্ধুৰাজ ।
অৰ্জ্জুনক গালি পাৰে কৌৰৱ সমাজ ॥
পূৰ্ব্বত ইন্দ্ৰৰ ভৈল মদন বিকাৰ ।
পাণ্ডুৰ ভাৰ্য্যাক কৰিলন্ত ব্যভিচাৰ ॥ ২৩৫৫৩
পৰ পুৰুষত হন্তে জনম প্ৰত্যেক ।
অৰ্জ্জুনৰ এতেকেসে নাহিকে বিবেক ॥
সবে মিলি কৰিলন্ত ৰণে অযুগুত ।
অনিয়ম সমৰে মাৰিলা তান সুত ॥ ২৩৫৫৪
কাক কিছু নাহিকে সবাৰে শুদ্ধ বোধ ।
মোৰ প্ৰতি অৰ্জ্জুনে কৰিলা মহাক্ৰোধ ॥
মোক কালি ৰণত পেসিবে যমালয় ।
বিবেক ৰহিত ধনঞ্জয় মহাশয় ॥ ২৩৫৫৫
সবে ৰাজাগণে মোক দিয়োক মেলানি ।
তথাকে পলাওঁ যেহি দিশক নজানি ॥
কুশলে কৰিয়ো ৰণ সবে নৃপবৰ ।
প্ৰাণ ৰক্ষা কৰি চলোঁ আপোন নগৰ ॥ ২৩৫৫৬
যদি মোক তুমিসবে পাৰা ৰাখিবাক ।
তবে ৰাজাগণ বুলিয়োক দৃঢ় বাক ॥
বদন শুখাই মোৰ কোঞ্চে হাত পাৱ ।
মৰণ বেলাত যেন পুৰুষৰ ভাৱ ॥ ২৩৫৫৭
মোক বধিবাক সত্য কৰিলা পাণ্ডৱ ।
শুনা পাণ্ডুগণে কেনে কৰন্ত উৎসৱ ॥
শুনো আতি পাণ্ডৱৰ মনত উৎসাহ ।
চিত্ত সুখ নাহি সৰ্ব্ব তনু কৰে দাহ ॥ ২৩৫৫৮
ৰাক্ষস গন্ধৰ্ব্ব সুৰাসুৰ বিদ্যাধৰ ।
আসন্ত পন্নগগণ পিশাচ কিন্নৰ ॥
তথাপিতো কালি মোৰ ৰণে নাহি ৰক্ষা ।
অৰ্জ্জুনে পূৰিব কালি অঙ্গীকাৰ কক্ষা ॥ ২৩৫৫৯
তুমিসব হীনবল মনুষ্য নৃপতি ।
অৰ্জ্জুনক জিনিবাক নাহিকে শকতি ॥
কল্যাণে কুশলে থাকা সবে নৃপবৰ ।
অনুজ্ঞা দিয়োক মই চলি যাওঁ ঘৰ ॥ ২৩৫৬০
মহাভয়ে পলাই থাকিবোহো হেন ঠাৱে ।
কদাচিতো খুজি যেন নপান্ত পাণ্ডৱে ॥
অৰ্জ্জুনক ভয়ে হেন মনত সন্তাপ ।
কুৰু সমাজত হেন কৰিলা বিলাপ ॥ ২৩৫৬১

শুনি দুৰ্য্যোধন ৰাজা নিজ কৰ্ম্মবশে।
সৈন্ধৱক মাতে ৰাজা বচন সৰসে ॥
শুনা জয়দ্ৰথ ৰাজা নকৰিবা ভয়।
আমি বিদ্যমানে কি কৰিব ধনঞ্জয় ॥ ২৩৫৬২
কৰ্ণ ভূৰিশ্ৰবা চিত্ৰসেন বিবিংশতি।
শাল্ব শল্য বৃহৎসেন কাম্বোজ নৃপতি ॥
মৰু মিত্ৰে জয় কৃতবৰ্ম্মা বীৰবৰ।
দুঃশাসন বিকৰ্ণ দুৰ্ম্মুখ ৰণোত্তৰ ॥ ২৩৫৬৩
বিন্দ অনুবিন্দ দুয়ো দ্ৰোণ সেনাপতি।
দ্ৰোণসুত অশ্বত্থামা বিপুল শকতি ॥
আনো মহা মহাৰাজা নৃপতি সমাজ।
নিজ দল সমে মই আছোঁ কুৰুৰাজ ॥ ২৩৫৬৪
সবে মিলি কালি আমি কৰিবো ৰক্ষণ।
সৈন্ধৱ নৃপতি তুমি এৰিয়ো বিমন ॥
আপুনিয়ো তুমি বীৰবৰ মহাৰথ।
অকাৰণে ভয় কৰা তুমি জয়দ্ৰথ ॥ ২৩৫৬৫
একাদশ অক্ষৌহিণী মোৰ সেনাগণ।
সবে মিলি কালি আমি কৰিবো ৰক্ষণ ॥
দ্ৰোণক সম্বোধি পাচে স্বৰূপ বচনে।
সত্বৰে কহিয়ো আজি কাৰ কেন মনে ॥ ২৩৫৬৬
দৃঢ়তৰ কৰিয়া কহিয়ো গুৰু দ্ৰোণ।
অৰ্জ্জুনৰ মোহোৰ কাহাৰ কেন গুণ ॥
দ্ৰুতে দৃঢ় প্ৰহাৰণে দূৰতে ভেদন।
ভুজবল বিক্ৰম অধিক কাৰ গুণ ॥ ২৩৫৬৭
কিবা ধনঞ্জয়ৰ বিশেষ শৰশ্ৰম।
কিবা মোৰ সমৰে অধিক পৰাক্ৰম ॥
শুনি দ্ৰোণে সৈন্ধৱক দিলা সমিধান।
আন গুণে হোৱা ধনঞ্জয়ৰ সমান ॥ ২৩৫৬৮
কিন্তু ধনঞ্জয়ৰ প্ৰহাৰ ভয়ঙ্কৰ।
বজ্ৰৰো সন্ধান সহে দৃঢ় কলেৱৰ ॥
এহি গুণে তোমাত অধিক ধনঞ্জয়।
কহিলোঁ সৈন্ধৱ কথা তোমাত নিশ্চয় ॥ ২৩৫৬৯
তথাপিতো ৰাজা নকৰিবা অপমান।
আপুনি কৰিবো ৰণে তয়ু ভয় ত্ৰাণ ॥
যেনমতে অৰ্জ্জুনে নপাৰে বধিবাক।
সমৰত আমি ৰক্ষা কৰিবো তোমাক ॥ ২৩৫৭০
আমি ৰক্ষা কৰিলে বধিবে পাৰে কোনে।
আছোক মনুষ্য সম নোহে দেৱগণে ॥
মহা ঘোৰ ব্যূহ কালি পাতিবো ৰণত।
ছেদিবাক ধনঞ্জয় নুহিকে শকত ॥ ২৩৫৭১
ক্ষত্ৰিয় জনম ভৈলে ৰণে কেন ভয়।
সম্মুখ সমৰে পৰি সাধিবা বিজয় ॥
হেন জানি ভয় পৰিহৰি জয়দ্ৰথ।
ধৰ্ম্ম অৰ্থ শুনা পিতৃ পিতামহ পথ ॥ ২৩৫৭২
চাৰিও বেদক অভ্যাসিলা অব্যাহতে।
বহুবিধ যজ্ঞক কৰিলা বিধিব্ৰতে ॥
কৰিলা অনেক হোম দেৱ আৰাধন।
পিতৃ গুৰু দ্বিজ অভ্যাগত সন্তৰ্পণ ॥ ২৩৫৭৩
আউৰ মৰণ ভয় তোমাৰ কিসক।
উপজিলে জন্তুৰ মৰণ অৱশ্যেক ॥
যত কুৰু পাণ্ডৱ যতেক ৰাজাগণে।
মৰি মৰি যাইব সবে যমৰ ভৱনে ॥ ২৩৫৭৪
পুত্ৰ অশ্বত্থামা সমে নিজ কাল ক্ৰমে।
জানিবা আমাক সংহৰিব ঘোৰ যমে ॥
তপে যমে ব্ৰতে উপবাসে অন্য জনে।
স্বৰ্গলোকে ভোগ ভুঞ্জে অনেক যতনে ॥ ২৩৫৭৫
সম্মুখ সমৰে পৰি পাৱে সেহি লোক।
মৰণক প্ৰতি ক্ষত্ৰিয়ৰ কেনে শোক ॥
দ্ৰোণৰ বচনে ভৈলা শোকৰ উদাস।
কৰিলা সৈন্ধৱে পাচে যুদ্ধক উৎসাহ ॥ ২৩৫৭৬
তোমাৰ সেনাত ভৈল পৰম উৎসৱ।
বাৱে নানা বিধ বাদ্য মৃদঙ্গ পল্লৱ ॥
ধৃতৰাষ্ট্ৰ নৃপতিক বদতি সঞ্জয়।
যদি ঘোৰ প্ৰতিজ্ঞা কৰিলা ধনঞ্জয় ॥ ২৩৫৭৭
হেন উপদেশ হিত মধুৰ বচনে।
অৰ্জ্জুনক সম্বোধি মাতন্ত নাৰায়ণে।
ভ্ৰাতৃগণ সহিতে কৰিলা আলোচন ॥
মোত সখি সুপুছিলা ইসব বচন ॥ ২৩৫৭৮

জয়দ্ৰথ বধক কৰিলা অঙ্গীকাৰ।
ইটো মহা দুস্সহ পীড়ন মহাভাৰ॥
যেন লোকে আমাক নকৰে উপহাস।
কেনে কালি সত্য বাণী নুহিবে বিনাশ॥ ২৩৫৭৯
ৰজনীত দুৰ্য্যোধন নৃপতিৰ ঠাৱ।
চৰগণ পঠাইয়া আছিল গোপ্যভাৱ॥
ইসব কথাক তথা শুনিলা যত্তেক।
সকলে শুনিলা মোত কহিলা প্ৰত্যেক॥ ২৩৫৮০
তুমি যদি প্ৰতিজ্ঞা কৰিলা মহাবল।
ঘোৰ সিংহনাদ কৰিলন্ত পাণ্ডুবল॥
পাণ্ডৱৰ শুনি জয় ঘোৰ কোলাহল।
কৌৰৱৰ লাগি গৈলা উচল পাচল॥ ২৩৫৮১
হস্তী হয় সেনাৰ লাগিল উসমিস।
সবে বীৰগণ যে চাহন্ত দশোদিশ॥
অন্যো অন্যে বীৰগণে কৰে গলাৰাৱ।
ৰাত্ৰি কিয় বাদ্য ভণ্ড বাৱয় পাণ্ডৱ॥ ২৩৫৮২
ৰজনীত পুত্ৰশোকে সন্তাপে কিটাই।
জানো ধনঞ্জয় আসে সমৰক ধাই॥
এহি বুলি কৌৰৱৰ যত বীৰগণ।
সাৱধানে থাকিলন্ত সচকিত মন॥ ২৩৫৮৩
তোমাৰ প্ৰতিজ্ঞা শুনি ভৈল মহাত্ৰাস।
কুৰু বীৰগণে নপাৰন্ত দিশ পাশ।
জয়দ্ৰথ নৃপতিৰ মনত বিষাদ।
দেখিল মিলিল ঘোৰ দাৰুণ প্ৰমাদ॥ ২৩৫৮৪
পাচে চলি গৈলা কুৰু নৃপতিৰ পাশ।
ৰাজা দুৰ্য্যোধনক মাতিলা মনত্ৰাস॥
বীৰ ধনঞ্জয় কোপে কৰিলা শপত।
ৰজনী প্ৰভাতে মোক বধিবে ৰণত॥ ২৩৫৮৫
সুৰাসুৰ দেৱতা গন্ধৰ্ব্ব বিদ্যাধৰ।
কোনে সত্য বিফল কৰিবে অৰ্জ্জুনৰ॥
পৰিলোঁ আপদে হেন দুৰ্ঘোৰ সঙ্কট।
যদি ৰাখিবাক পাৰা কহিয়ো প্ৰকট॥ ২৩৫৮৬
ৰক্ষাক সমৰ্থ যদি নোহা বীৰগণ।
চলোঁ তেবে নিজ দেশ আপোন ভৱন॥
সিন্ধু নৃপতিৰ যত বচন আকলি।
অধোমুখ ভৈলা দুৰ্য্যোধন মহাবলী॥ ২৩৫৮৭
শুনি থাকিলন্ত সৈন্ধৱৰ বিদ্যমানে।
যেন মহাযোগীৰ লাগিল যোগধ্যানে॥
দেখি নৃপতিৰ পাচে বিবৰ্ণ বদন।
সৈন্ধৱক বুলিলন্ত উপেক্ষা বচন॥ ২৩৫৮৮
কুৰু সমাজত হেন আছে কোন বীৰ।
অৰ্জ্জুনৰ আগত সমৰে হৈব থিৰ॥
তুমি আদি কৰি কৌৰৱৰ বীৰ যত।
অৰ্জ্জুনৰ আগে সবে দেখো তৃণৱত॥ ২৩৫৮৯
গাণ্ডীৱ ধনুক যদি ধৰন্ত পাণ্ডৱ।
আছোক মনুষ্যগণ দেৱৰো পৰাভৱ॥
শুনি আছোঁ অৰ্জ্জুনৰ কথা বিপৰীত।
পৰম বিষম সিটো হেমন্ত গিৰিত॥ ২৩৫৯০
দেৱ সদাশিৱ প্ৰভু জগতকাৰণ।
তাঙ্ক ভূমিপাৱে ধনঞ্জয়ে দিলা ৰণ॥
আৰু শুনিয়াছো স্বৰ্গে ইন্দ্ৰৰ কাৰণে।
দানৱ সহিতে যুদ্ধ ভৈলেক অৰ্জ্জুনে॥ ২৩৫৯১
দেৱৰ দুৰ্জ্জন দানৱক একে ৰথে।
সহস্ৰেক প্ৰমাণে পেসিলা যমপথে॥
সম্প্ৰক্তিক হৰে তাত সহায় মাধৱ।
কালি তাক কোনেনো কৰিবে পৰাভৱ॥ ২৩৫৯২
তিনিও ভুৱনে এক হুয়া কৰে ৰণ।
আমাক মাৰিবে বীৰে মোৰ হেন মন॥
এতেকে আমাৰ ৰক্ষা হেতু নাহি আন।
দ্ৰোণে যেৱে সপুত্ৰে নকৰে পৰিত্ৰাণ॥ ২৩৫৯৩
এহিমতে শুনি পাচে জয়দ্ৰথ নৃপে।
সেহিক্ষণে গৈলা বীৰ দ্ৰোণৰ সমীপে॥
দ্ৰোণত কহিলা যত প্ৰতিজ্ঞা বচন।
অঙ্গীকাৰ ৰাখিবাক কৰিলন্ত দ্ৰোণ॥ ২৩৫৯৪
সিবেলাত নিয়মিলা দ্ৰোণ সেনাপতি।
দাৰুণ সঙ্কট ব্যূহ পাতিবাক প্ৰতি॥
পদ্মচক্ৰ শকত দাৰুণ ব্যূহখান।
নিয়মিলা তাত বীৰগণ থানে থান॥ ২৩৫৯৫

সবে বীৰ কুৰুগণে কৰে ধনু ধৰি।
জয়দ্ৰথ নৃপতিক থাকিলা আৱৰি॥
বীৰ ভূৰিশ্ৰবা অশ্বত্থামা বীৰবৰ।
কৃপ কৃতবৰ্ম্মা বীৰ ৰাধাৰ কুমাৰ॥ ২৩৫৯৬
এহি ছয় মহাবীৰ ৰণত পাৰ্গত।
থাকিল দাৰুণ সেনা ব্যূহৰ অগ্ৰত।
ছয়ো মহাৰথ বীৰ বল পৰাক্ৰম।
একে একে ক্ৰোধে কালান্তক যম সম॥ ২৩৫৯৭
এসম্বাক নিৰ্জিনিলে নপায় সিন্ধুৰাজ।
এৰে প্ৰাণসখি কৰিয়োক কোন কাজ॥
সমৰ নিপুণ গুণ ছয়ো মহাবীৰ।
ধনু কাণ্ড খাণ্ডা যুদ্ধে অবধ্য শৰীৰ॥ ২৩৫৯৮
তাসম্বাৰ দেখি ঘোৰ সমৰ মহিমা।
জানো কালি চূৰ্ণ হৱে আমাৰ বিক্ৰমা॥
অৰ্জ্জুন বদতি শুনিয়োক প্ৰাণসখি।
এহি ছয় বীৰক দুৰ্জয় হেন দেখি॥ ২৩৫৯৯
সবাৰে বলৰ পায়া আছো পৰিমাণ।
ছয়ো নহে মোৰ অৰ্দ্ধ গুণৰ সমান॥
কালি দেখিয়োক সখি মহাধনু ধৰি।
ঘোৰ শৰে তাসম্বাৰ অস্ত্ৰক নিবাৰি॥ ২৩৬০০
দ্ৰোণ সেনাপতিক নগণি তৃণৱত।
ৰাজা জয়দ্ৰথক বধিবো সমৰত॥
যদি সাধ্য ৰুদ্ৰ ব্ৰহ্মা দশ দিকপাল।
আপুনি আসন্ত স্বৰ্গ পৃথিৱী পাতাল॥ ২৩৬০১
যতেক মৰুতগণ অশ্বিনীকুমাৰ।
বিশ্বদেৱগণ ইন্দ্ৰ সপত সাগৰ॥
কৌৰৱ দলত গুৰু দ্ৰোণেসে প্ৰধান।
তেহেন্তেসে কৰিবেক সৈন্ধৱক ত্ৰাণ॥ ২৩৬০২
দ্ৰোণক সম্মুখে প্ৰথমত যাইবো ধাই।
কেনে ৰণ কৰো কালি সখি থাকা চাই॥
দ্ৰোণ সেনাপতিক ভেদিব দৃঢ় কৰি।
পাচে প্ৰৱেশিবো সৈন্ধৱক অনুসৰি॥ ২৩৬০৩
কালি সমৰত দেখা সখি জনাৰ্দ্দন।
কৌৰৱক কৰো যেন সমৰে কদন॥
যেন গিৰিশৃঙ্গ ভাগি পৰে যেনমতে।
কৌৰৱক কালি নিপাতিবো শৰ পাতে॥ ২৩৬০৪
হয় হস্তী মনুষ্যৰ ভেদিবো শৰীৰ।
সমৰ ধৰণী ঢাকি বহিবে ৰুধিৰ॥
দেৱতো অভ্যাস কৰি আছো যত শৰ।
ঘোৰতৰ তাক দৰশনে ভয়ঙ্কৰ॥ ২৩৬০৫
কালি দেৱঅস্ত্ৰ কৰো ৰণত প্ৰকাশ।
কৰো কৌৰৱক যম-নগৰত বাস॥
ইন্দ্ৰ ৰুদ্ৰগণ যম কুবেৰ বৰুণ।
এসম্বাত শিখিয়াছো অস্ত্ৰ নিকাৰুণ॥ ২৩৬০৬
সেহি ঘোৰ দেৱশৰে মাৰো পৰদল।
কালি সমৰত সখি দেখা মোৰ বল॥
কাক গৃধ্ৰ আদি কৰি শৃগাল অপাৰ।
কালি কৌৰৱৰ মাংস কৰোক আহাৰ॥ ২৩৬০৭
ভূমিত বিকল যত পিশাচ ভূতগণ।
মৃতক ৰুধিৰ পানে হোক ৰঙ্গ মন॥
আজি যদি অপ্ৰমাদে পুহাই ৰজনী।
কালি দেখা কেনে হবে সমৰ ধৰণী॥ ২৩৬০৮
গাণ্ডীৱ ধনুৰ কেনে দেখিয়ো মহিমা।
আবাৰ দেখিয়ো কালি বিক্ৰমৰ সীমা॥
তুমি কি নাজানা সখি মোৰ পৰাক্ৰম।
ত্ৰিভুৱনে আছে কোন বীৰ মোক সম॥ ২৩৬০৯
আমাৰ গাণ্ডীৱ ধনু সবাতে বিশেষ।
তুমি যাৰ সাৰথি সাক্ষাতে হৃষীকেশ॥
অৱশ্যেকে থাকে যেন সাগৰৰ জল।
ব্ৰাহ্মণ জাতিৰ অৱশ্যেকে তপ বল॥ ২৩৬১০
চন্দ্ৰক কলঙ্কে যেন নেৰে কোনো কালে।
বীৰ পুৰুষত লক্ষ্মী থাকে যেন ভালে॥
তুমি যাৰ জনাৰ্দ্দন আপুনি সহায়।
তাহাৰ জয়তি হোৱে কোননো সংশয়॥ ২৩৬১১
আপুনি সামৰ্থ আৰু তুমি অনুকূল।
অব্যাহতে হৈব মোৰ প্ৰতিজ্ঞা সাফল॥
শুনিয়োক প্ৰাণসখি আমাৰ বচন।
আজি ৰথখান কৰিয়োক সংযোজন॥ ২৩৬১২

ৰজনী প্ৰভাত সময়ত হৈবো বাজ ।
অবিলম্বে মাৰিবো পাপিষ্ঠ সিন্ধুৰাজ ॥
হেন কথা ভৈলা দুয়ো কৃষ্ণ ধনঞ্জয় ।
মহাশোকে নয়নত নিদ্ৰা নিমিলয় ॥ ২৩৬১৩
সিটো ঘোৰ দুখ নিশা নুহি অৱসান ।
একৰাত্ৰি ভৈল শত ৰাত্ৰিৰ সমান ॥
আকাশত ইন্দ্ৰ আদি কৰি দেৱগণ ।
অন্যো অন্যে সম্বোধনে কৰে সম্ভাষণ ॥ ২৩৬১৪
জানো ক্ৰোধানলে ত্ৰিভুবন হোৱে ছন্ন ॥
যেন প্ৰকোপিত যে অৰ্জ্জুন নাৰায়ণ ॥
মাধৱৰ নিকাৰুণ ক্ৰোধ দেখি স্বৰ্গে ।
মহাভয়ে গলা গোপা কৰে দেৱবৰ্গে ॥ ২৩৬১৫
অনন্তৰে অদভুত মিলিল বিঘিনি ।
ঘনে ঘনে কাম্পি থিৰ হোৱয় ধৰণী ॥
বৃক্ষসব উভৰিয়া বহে তপ্ত বাত ।
উলুকা শতেক জ্বলি নিমাই সিবেলাত ॥ ২৩৬১৬
অনামেঘে বিজুলী ছটকে চিকিমিকি ।
তীৰ বিয়াপিল জল সাগৰ খলকি ॥
পথ এৰি উলটি বহিলা যত নদী ।
ঘোৰতৰ প্ৰতিজ্ঞা কৰিলা বীৰে যদি ॥ ২৩৬১৭
উঠি উঠি নাচে সবে কবন্ধ শৰীৰ ।
বিভৎস বিকৃতি ৰূপ দেখি নাই শিৰ ॥
হস্তীচয়ে ঘোৰ নাদ কৰে আসৰিশ ।
একেবাৰে এৰিলেক মূত্ৰ যে পুৰীষ ॥ ২৩৬১৮
বেঢ়ি বেঢ়ি সকল শৃগালে কৰে ৰাৱ ।
বেঢ়ি বেঢ়ি কাক পক্ষা কৰয় আৰাৱ ॥
কৌৰৱ দলত হেন মিলে পৰাভৱ ।
একথান হুয়া সবে গুণন্ত কৌৰৱ ॥ ২৩৬১৯
অনন্তৰে কৃষ্ণক মাতিলা ধনঞ্জয় ।
তোমাৰ ভগিনী শোকে দগধ হৃদয় ॥
পুত্ৰশোক সন্তাপে গাৱত স্বস্থ নাই ।
তোমাৰ ভগিনী শোকে তৰধ পৰায় ॥ ২৩৬২০
চলিয়োক প্ৰাণসখি আমাৰ ভৱন ।
কৰিয়োক কৃষ্ণ সুভদ্ৰাক প্ৰবোধন ॥
অৰ্জ্জুনক প্ৰবোধন কৰি হৃষীকেশ ।
সুভদ্ৰাৰ আগে ভৈল মাধৱ প্ৰৱেশ ॥ ২৩৬২১
দেখন্তে ভগিনী শোকে দগধ শৰীৰ ।
সুভদ্ৰাক প্ৰবোধি মাতন্ত ধীৰে ধীৰ ॥
সুভদ্ৰা ভগিনী এৰিয়োক পুত্ৰশোক ।
অভিমন্যু ৰণে পৰি গৈল স্বৰ্গলোক ॥ ২৩৬২২
সম্মুখ সমৰে পৰি গৈল স্বৰ্গলোক ।
তাঙ্ক প্ৰতি শোক আৰু তুমি কৰা কিক ॥
স্বৰ্গ মৰ্ত্ত্য পাতালৰ যত বীৰগণ ।
উপজিলে অৱশ্যেকে সবাৰো মৰণ ॥ ২৩৬২৩
সবাৰে মৰণ কিন্তু নিয়ম বিধিৰ ।
আগ পাচ সবে মৰি যাইব যমপুৰ ॥
এৰিয়োক ঘোৰ শোক সন্তাপ ক্ৰন্দন ।
উঠি পুত্ৰবধুক কৰিয়ো সম্ভাষণ ॥ ২৩৬২৪
মৃতক সমান তেহো স্বামীৰ সন্তাপে ।
আশ্বাসিয়ো বোৱাৰীক বচন আলাপে ॥
যাহাৰ নিদানে তযু পুত্ৰে ভৈল হত ।
দুৰাচাৰ লঘু জয়দ্ৰথ পামৰত ॥ ২৩৬২৫
তাক কালি তযু স্বামী বধিব অৱশ্যে ।
মোৰ আগে প্ৰতিজ্ঞা কৰিল ক্ৰোধবশে ॥
মাধৱক দেখি ভৈল দুগুণে সন্তাপ ।
সুভদ্ৰা কৃষ্ণৰ আগে কৰন্ত বিলাপ ॥ ২৩৬২৬
মহাশোকে নিশ্বাস কাঢ়য় ঘনে ঘন ।
পৃথিৱীত পৰি নাৰী কৰন্ত ক্ৰন্দন ॥
হা হা অভিমন্যু বুলি কাঢ়ে দীৰ্ঘৰাৱ ।
মোক অভাগিনী কৰি গৈলা কোন ঠাৱ ॥২৩৬২৭
কাৰ মুখ প্ৰভাতে দেখিবো কালি উঠি ।
এহি বুলি নাৰী হৃদয়ত হানে মুঠি ॥
মাৱ বুলি কচিকৰ মধুৰ বচনে ।
হৰি হৰি কালি মোক প্ৰবোধিব কোনে ॥২৩৬২৮
নানা অলঙ্কাৰে অলঙ্কৃত কৰি বেশ ।
কোনে কালি হৈব মোৰ আগন্ত প্ৰৱেশ ॥
প্ৰফুল্ল কমল যেন বদন নিৰ্ম্মল ।
গগনে শোভয় যেন চন্দ্ৰৰ মণ্ডল ॥ ২৩৬২৯

আজি বাপু পৰিয়াছে ৰণ ধৰণীত।
ধূলি ধূসৰিত ভৈল দেখিতে বিকৃত ॥
ক্ষত ভৈল অনেক দাৰুণ শৰঘাৰে।
ধৰণীত পৰি আছে মৃতক স্বভাৱে ॥ ২৩৬৩০
নয়নৰ মুখ দিয়া ধৰণী শয়নে।
বেঢ়ি বেঢ়ি তোমাক চাহৱে সৰ্ব্বজনে ॥
শয্যাখান বিৰচি সাক্ষাতে ৰত্নময়।
তথাত শয়নে যাৰ শৰীৰ শোভয় ॥ ২৩৬৩১
শয়নে নিদ্ৰাত যাক চামৰে বিঞ্চয়।
আগে পাচে বেঢ়ি সবে ৰমণী শোভয় ॥
প্ৰভাততে নটে ভাটে সবে কৰে স্তুতি।
হেন ভাৱে হৱে যাৰ নিদ্ৰা বিমুকুতি ॥ ২৩৬৩২
আজি পৰি আছা বাপু ধৰণী শয়নে।
আগ পাচ নকৰে সুন্দৰী নাৰীগণে ॥
আজি জানো ভয়ঙ্কৰ বিমঙ্গল ভাৱ।
বেঢ়ি বেঢ়ি ফেকৰা শতেকে কৰে ৰাৱ ॥ ২৩৬৩৩
অভাগিনী কৰি বাপু মোক গৈলা এৰি।
কোন সুখে ধৰণী তলত আছা পৰি ॥
তোৰ মুখ দেখি মোৰ নুপূৰিল মন।
পুনৰপি আমাক দিয়োক দৰিশন ॥ ২৩৬৩৪
আজি কেনে দাৰুণ ৰণৰ হস্তে আসি।
নকহা যুদ্ধৰ কথা মোক হাসি হাসি ॥
অভিমন্যু হেন পুত্ৰ ৰণে হত ভৈলা।
কি কৰে আমাৰ ছাৰ জীৱন নিষ্ফলা ॥ ২৩৬৩৫
পুত্ৰৰ সন্তাপে শোকে বিকল হৃদয়।
আজি দশো দিশে দেখোঁ সবে শূন্যময় ॥
যদি অভিমন্যু তোৰ নেদেখোঁ বদন।
তোৰ শোকে আজি মই তেজিবো জীৱন ॥ ২৩৬৩৬
কঠিন হৃদয় মোৰ বজ্ৰতো অধিক।
শতখান হুইয়া ফাটি নপৰিল কিক ॥
ধিক ধিক ভীমৰ নিষ্ফল ভুজবল।
ধিক ধিক অকাৰণ ভ্ৰাতৃসকল ॥ ২৩৬৩৭
ধিক ধিক যত সেনা কৈকেয় পাঞ্চাল।
ধিক ধিক যতেক আছোক মহীপাল ॥
ধিক ধিক অৰ্জ্জুনৰ ধনু কি কাৰণ।
সবাৰে আগত অভিমন্যু ভৈলা ছন্ন ॥ ২৩৬৩৮
শিশু অভিমন্যুৰ মৰণ মনে গুণি।
প্ৰাণ ধৰিবাক পাৰে কোন নিদাৰুণী ॥
মহাযোগীজন সতী ব্ৰতী ব্ৰহ্মচাৰী।
দাৰুণ যমক কোনে নিবাৰিতে পাৰি ॥ ২৩৬৩৯
শিশু হস্তে তোমাক তুলিলো বৰ ভালে।
অনাথ কৰিয়া এৰি গৈলা পৰকালে ॥
শুদ্ধ চিত্তে নিতে যেহি বোলা কৰা দান।
সকল তীৰ্থত যিটো কৰিলেক স্নান ॥ ২৩৬৪০
গুৰু পিতৃজনক পূজন্ত ৰাত্ৰি দিন।
মহাযজ্ঞ কৰিলা দেৱতা আৰাধন ॥
ব্ৰহ্মচৰ্য্য ব্ৰত যিটো কৰে সৰ্ব্বকাল।
ব্ৰাহ্মণক কৰে দান সহস্ৰেক পাল ॥ ২৩৬৪১
এসম্বে ভুঞ্জন্ত সুখে যেহি স্বৰ্গলোক।
মোৰ বৰদানে তোৰ সেহি গতি হৌক ॥
হেন যদি কৰন্ত বিলাপ অপমান।
সি বেলাত দ্ৰৌপদী মিলিলা সেহি থান ॥ ২৩৬৪২
মৎস্যৰ দুহিতা অভিমন্যুৰ গৃহিণী।
হস্তীৰ বিনাশে যেন বিকল হস্তিনী ॥
তিনি মিলি সিথানত ভৈলা একঠাৱ।
অভিমন্যু বীৰৰ সন্তাপে দুখ ভাৱ ॥ ২৩৬৪৩
ধৰণীত পৰি পৰি কান্দে তিনি নাৰী।
অৰ্জ্জুন পুত্ৰৰ গুণ সুমৰি সুমৰি ॥
স্বামীৰ সন্তাপ তাপে বিকল চৰিত্ৰে।
মৎস্যৰ নন্দিনী পৰি ভৈলন্ত মূৰ্চ্ছিত ॥ ২৩৬৪৪
পুত্ৰশোকে সুভদ্ৰাৰ অচেতন ভাৱ।
ধীৰে ধীৰে অনন্তৰে বোলন্ত মাধৱ ॥
কোনে বাধিবাক পাৰে বিধিৰ লিখিতা।
পৰিহৰা শোক তুমি মৎস্যৰ দুহিতা ॥ ২৩৬৪৫
বীৰ কৰ্ম্ম কৰি তেহোঁ গৈলা যমালয়।
কোন গুণে শোক তাপ কৰা আতিশয় ॥
অভিমন্যু ভাগিনৰ ভৈলা যেন গতি।
তাঙ্ক দেখি ক্ষত্ৰিয় সকলে প্ৰশংসন্তি ॥ ২৩৬৪৬

হেন শুদ্ধ ভাবে যেবে হোৱে পৰলোক ।
জীৱনত কাৰ্য্য নাই আজি মৃত্যু হৌক ॥
শুনিয়ো সুভদ্ৰা শুনা দ্ৰুপদ জীয়াৰী ।
মৎস্যৰ নন্দিনী শুনিয়োক বৰনাৰী ॥ ২৩৬৪৭
অভিমন্যু ভাগিনৰ সাফল জীৱন ।
তাহাৰ নিদানে সবে এৰিয়ো ক্ৰন্দন ॥
হেনমতে সবাকে আশ্বাসি নাৰায়ণ ।
অৰ্জ্জুনৰ সমীপক কৰিলা গমন ॥ ২৩৬৪৮
অৰ্জ্জুনে সহিতে কৃষ্ণ ভৈলা একথান ।
অন্যো অন্যে কৰিলা আলাপ সন্নিধান ॥
সমাজত আছন্ত যতেক ৰাজাগণ ।
সবাকে মেলানি পাচে দিলন্ত অৰ্জ্জুন ॥ ২৩৬৪৯
নাৰায়ণো আপোন ভৱনে গৈলা চলি ।
মহাশোকে থাকিলা অৰ্জ্জুন মহাবলী ॥
মধ্য নিশি আসি যেন ভৈলা উপসন্ন ।
সুখ মনে নাৰায়ণে কৰিলা শয়ন ॥ ২৩৬৫০
শয্যা এক বিৰচিলা দেখি অনুপাম ।
তথাতে শয়ন কৃষ্ণে কৰিলা বিশ্ৰাম ॥
সিটো ঘোৰ দীৰ্ঘ ৰজনীক দুখ মনে ।
পাণ্ডৱৰ নিদ্ৰা নকৰিলা একো জনে ॥ ২৩৬৫১
ভৈলা সৰ্ব্ব ৰজনী প্ৰজাৰ উজাগৰ ।
দশো দিশে হাহাকাৰ পাণ্ডৱ দলৰ ॥
সৰ্ব্বজনে অন্যো অন্যে কৰে গলাৱাৱ ।
যেন কালি অৰ্জ্জুনৰ নোহে পৰাভৱ ॥ ২৩৬৫২
আকুল চৰিত্ৰ প্ৰজাগণ নহে সুস্থ ।
সবে উজাগৰে থাকি গৈল যূথে যূথ ॥
কতো ৰাত্ৰি যান্তে কৃষ্ণে লভিলা চেতন ।
অৰ্জ্জুনৰ প্ৰতিজ্ঞা সুমৰি জনাৰ্দ্দন ॥ ২৩৬৫৩
দাৰুকক সুমৰি মাতন্ত হৃষীকেশ ।
শুনিয়ো দাৰুক মোৰ বচন বিশেষ ॥
জয়দ্ৰথ বীৰক বধিব কালি ৰণে ।
দাৰুণ প্ৰতিজ্ঞা ঘোৰ কৰিলা অৰ্জ্জুনে ॥ ২৩৬৫৪
কেনে অৰ্জ্জুনৰ হৈবে প্ৰতিজ্ঞা সাফল ।
সুমৰি সুমৰি মোৰ মনত বিকল ॥

অৰ্জ্জুনৰ প্ৰতিজ্ঞা শুনিয়া দুৰ্য্যোধন ।
অনেক প্ৰকাৰে তাক কৰিবে ৰক্ষণ ॥ ২৩৬৫৫
যেন জয়দ্ৰথক নপাৰে বধিবাক ।
হেনমতে কুৰু বলে ৰাখিবেক তাক ॥
অশ্বত্থামা পুত্ৰ সমে দ্ৰোণ সেনাপতি ।
মহা যত্নে সৈন্ধৱক ৰাখিব সম্প্ৰতি ॥ ২৩৬৫৬
ধনু ধৰি ৰণত ৰাখয় যদি দ্ৰোণে ।
তেৱে জয়দ্ৰথক বধিব কালি কোনে ॥
জয়দ্ৰথ ৰাজাক সমৰে বধ হেতু ।
যদি কোপে আসে পুৰন্দৰ বজ্ৰকেতু ॥ ২৩৬৫৭
তথাপিতো নাহি জয়দ্ৰথৰ মৰণ ।
যদি স্বৰূপত দ্ৰোণে কৰন্ত ৰক্ষণ ॥
জানো ধনঞ্জয়ৰ প্ৰতিজ্ঞা হোৱে ভঙ্গ ।
তাকেসে সুমৰি মোৰ মনত বিৰঙ্গ ॥ ২৩৬৫৮
জানিবা দাৰুক মোৰ বচন গৌৰৱ ।
অৰ্জ্জুনৰ সম মোৰ নাহিকে বান্ধৱ ॥
আপুনি যুজিবো কালি দাৰুণ সমৰে ।
নিমিষেকে কৌৰৱক নিবো যমঘৰে ॥ ২৩৬৫৯
দ্ৰোণ কৰ্ণ কৃপ যত ৰাজা ৰাজসুত ।
ৰথ গজ হয় নৰ অযুত নিযুত ॥
কালি কৌৰৱৰ সবে সেনা কৰো চুৰ ।
মাৰি মাৰি সবাকে পেসিবো যমপুৰ ॥ ২৩৬৬০
গন্ধৰ্ব্ব পিশাচ নৰ ৰাক্ষস দেৱতা ।
অৰ্জ্জুনে সহিতে মোৰ দেখোক মিত্ৰতা ॥
শুনিয়ো দাৰুক মোৰ বচন প্ৰমাণ ।
নতু ৰাত্ৰি পুহান্তে সাজিয়ো ৰথখান ॥ ২৩৬৬১
ৰথখান সাজা যেন পৰ্ব্বত শিখৰ ।
টোণ ভৰি থোৱা তাত শৰ নিৰন্তৰ ॥
মেঘপুষ্প সব্য যে সুগ্ৰীৱ বলাহক ।
ৰথত জুৰিয়ো আনি চাৰিয়ো ঘোটক ॥ ২৩৬৬২
শাৰঙ্গক দণ্ড খড়্গ কৌমুদকী গদা ।
বিচাৰি ৰথত বান্ধে নপাৰোহো কদা ॥
হেনয় কৰিয়ো ৰথ অনেক প্ৰকাৰ ।
কালি যেন সমৰত পাণ্ডুৰ কুমাৰ ॥ ২৩৬৬৩

জয়দ্ৰথ নৃপতিৰ শৰে ছেদি শিৰ।
দেখন্তোক সকলে যতেক কুৰুবীৰ॥
দাৰুক বদতি শুনিয়োক জনাৰ্দ্দন।
অৰ্জ্জুনত তোমাৰ সদায় বৰ মন॥ ২৩৬৬৪
তুমি যাৰ মিত্ৰ তাৰ কোন পৰাজয়।
কালি জয়দ্ৰথক বধিবা ধনঞ্জয়॥
মোহ গৈয়া পৰি আছে পাণ্ডুৰ নন্দন।
তথাত অৰ্জ্জুনে পাচে দেখিলা সপোন॥ ২৩৬৬৫
বীৰ ধনঞ্জয় শোকে মোহে অচেতন।
সপোনত মাধৱক পাইলা দৰিশন॥
আজানুলম্বিত বনমালা শোভে গলে।
গাৱে পীত বসন সুবৰ্ণ সম জ্বলে॥ ২৩৬৬৬
নীল উতপল যেন শৰীৰ শোভন।
অৰ্জ্জুনৰ আগত মাধৱ উপসন্ন॥
দেখি অৰ্জ্জুনৰ ভৈল হৰষিত মন।
সপোনত মাধৱক দিলন্ত আসন॥ ২৩৬৬৭
বিচিত্ৰ আসনে বসিলন্ত দামোদৰ।
ভূমিত বসিলা পাচে পাণ্ডুৰ কুমাৰ॥
অৰ্জ্জুনক সম্বোধি মাতন্ত চক্ৰপাণি।
ধনঞ্জয় সখি শুনিয়োক মোৰ বাণী॥ ২৩৬৬৮
দাৰুণ কালক কোনে পাৰে বধিবাক।
ইটো নিদাৰুণ কালে নসংহৰে কাক॥
চৰাচৰ সংসাৰ অসাৰ হেন দেখি।
পুত্ৰশোক সন্তাপ এৰিয়ো প্ৰাণসখি॥ ২৩৬৬৯
এৰাইবাক পাৰে কোনে বিধিৰ লিখিত।
মৰণক অনুশোচ নকৰে পণ্ডিত॥
শোকাকুল হৈলে সৰ্ব্বকাৰ্য্য হোৱে নষ্ট।
শোকাকুল হৈলে নৰে পাৱে বহু কষ্ট॥ ২৩৬৭০
শোকক পৰম শত্ৰু বুলি মানে নৰ।
শোক এৰি হিত কাৰ্য্য চিন্তিয়ো সত্বৰ॥
কৃষ্ণক সম্বুধি পাচে মাতন্ত অৰ্জ্জুন।
পুত্ৰশোক নকৰিব কোন নিদাৰুণ॥ ২৩৬৭১
তথাপি বান্ধৱ সখি তোমাৰ বচনে।
পুত্ৰৰ সন্তাপ শোক এৰিলোঁহো মনে॥
মহাশোকে প্ৰতিজ্ঞা কৰিলোঁ মহাঘোৰ।
কেনমতে মাধৱ সাফল হোৱে মোৰ॥ ২৩৬৭২
কেনমতে নষ্ট হোৱে পাপিষ্ঠ সৈন্ধৱ।
তাক ৰক্ষা কৰি সবে যুজিবে কৌৰৱ॥
একাদশ অক্ষৌহিণী কুৰুসৈন্য গণি।
অৱশেষ আছে আৰো দশ অক্ষৌহিণী॥ ২৩৬৭৩
এক অক্ষৌহিণী কৌৰৱৰ ভৈলা ছন্ন।
দশ অক্ষৌহিণী সমে ধাইবে দুৰ্য্যোধন॥
দ্ৰোণ কৰ্ণ আদি কৌৰৱৰ যত বীৰ।
সবে মিলি ইষ্ট চিন্তিবন্ত নৃপতিৰ॥ ২৩৬৭৪
কালি ৰঙ্গে প্ৰতিজ্ঞা সাফলি বিধিৱতে।
পাপী জয়দ্ৰথক বধিবো কেনমতে॥
যদি বিধি সাফল প্ৰতিজ্ঞা হোৱে ছন্ন।
নিশ্চয়ে আমিয়ো তেৱে তেজিবো জীৱন॥২৩৬৭৫
শীঘ্ৰে অস্ত যান্ত ৰবি দীৰ্ঘ নোহে দিন।
কেনে সৈন্ধৱক কালি ৰণে কৰো ক্ষীণ॥
অৰ্জ্জুনত পুনৰপি বদতি মাধৱ।
শুনা যেনমতে বধ হৈবন্ত সৈন্ধৱ॥ ২৩৬৭৬
আৰাধিয়ো হৰক যে চলিয়ো কৈলাস।
পাশুপত নামে শৰ কৰিয়ো প্ৰকাশ॥
সুৰাসুৰ যুদ্ধত পূৰ্ব্বত শূলপাণি।
মাৰিলা অসুৰ সেহি পাশুপত হানি॥ ২৩৬৭৭
সেহি পাশুপত যেৱে পাইবা ধনঞ্জয়।
তেৱে কালি তোমাৰ ৰণত হৈবে জয়॥
পাচে হেন দেখন্ত অৰ্জ্জুন মহাবলে।
মাধৱ সহিতে আছা গগনমণ্ডলে॥ ২৩৬৭৮
অনন্তৰে দেখিলন্ত পৰ্ব্বত কৈলাস।
ত্ৰিভুৱন নাথ শঙ্কৰৰ যৈত বাস॥
ধৱল পৰ্ব্বত শুদ্ধ স্ফটিক সমান।
অনেক ঔষধি বৃক্ষ আছে থানে থান॥ ২৩৬৭৯
পুষ্প ফল শোভন পল্লৱ তৰুবৰ।
সিংহ বাঘ পশু আনো আছয় বিস্তৰ॥
মহিষ ঘোটক সমে কুকুৰ শৃগাল।
সৰ্প কুল নভৈল বিৰোধ সৰ্ব্বকাল॥ ২৩৬৮০

যতেক বিৰোধী এৰিলেক বৈৰ ভাৱ।
হেনয় কৈলাস গিৰি শঙ্কৰৰ ঠাৱ॥
বোলে ৰামসৰস্বতী এৰা আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥ ২৩৬৮১

---

কৈলাস বৰ্ণনা

**ঝুনড়ী**

জয় মধুসূদন নৰক নাশন
কংস-কেশী-নিসূদন।
নিৰাকাৰ হৰি ভৱভয়হাৰী
ভকত জন ৰঞ্জন॥
মায়া বিভঞ্জন নমো নাৰায়ণ
পুৰাণ পুৰুষ হৰি।
ভাৰত কথাৰ ভণিবো পয়াৰ
তযু পদ অনুসৰি॥ ২৩৬৮২
ফটিক প্ৰকাশ হৰৰ কৈলাস
জ্বলে নানা ৰত্নময়।
উদ্যান শতেক দেখিয়ো প্ৰত্যেক
অনেক বৃক্ষ নিচয়॥
আম জাম চাম আতি অভিৰাম
শাল তাল ভাল দেখি।
লাগিছে কণ্টকী ফুলিছে কেতকী
ফুল মধ্যে যাক লেখি॥ ২৩৬৮৩
গুৱা নাৰিকল জৰা পনিয়াল
লেটেকু টেঙ্গা দাড়িম্ব।
সোলঙ্গ মাধুৰী আছে ডাল ভৰি
ৰসে ভৰি আছে জিম্ব॥
কমলা সফুৰা যেন চেনি চুৰা
স্বাদত আতি অমূল্য।
পৰে ৰস টোপে আছে জোকা জোকে
দৰশনে হোৱে ভাল॥ ২৩৬৮৪
চকলা তুলিয়া জামীৰ জুকিয়া
জোণ্টাফল জৰা কল।
নানা ফলচয় বৃক্ষত শোভয়
কত নাম কৈবো তাৰ॥
শীতল নিৰ্ম্মল সৰোবৰ জল
বুৰো বুৰো কৰে তীৰ।
আছে স্নান পান দেখি সুস্থ মন
নিৰ্ম্মল মন শৰীৰ॥ ২৩৬৮৫
অমল কমল সুকোমল দল
ফুলি ফুলি ডাল শোভে।
পৰি মধুকৰ গুঞ্জে কচিকৰ
তাৰ মধুপান লোভে॥
ভ্ৰমে জাকে জাক হংস চক্ৰবাক
জলচৰ পক্ষীগণ।
ক্ষণে ক্ষণে উৰি ফুৰি ফুৰি পৰি
জলত কৰে ক্ৰীড়ন॥ ২৩৬৮৬
লবঙ্গ মালতী ফুলিল সেউতি
কুন্দ কুৰুবক জাঁই।
চম্পা নাগেশ্বৰ শিৰীষ বিস্তৰ
হাত মেলি ফুল পায়॥
ৰঙ্গীণ বেৰতী আছে থুপি থুপি
তগৰ জয়ন্তী মালী।
ফুল ভৰে হালি পৰে ডাল ভাগি
ফুলিল বকুল জ্বালি॥ ২৩৬৮৭
ফুলিল বন্দুলী গন্ধে নাহি তুলি
কদম্ব দেখি শোভন।
কেতেকী প্ৰচুৰ কনক ধুস্তুৰ
নেৰালি মাৰি দশন॥
ফুলিল শেৱালী পৰে হালি হালি
ফুল ভৰে ভাগে ডাল।
হেনয় শোভন বিচিত্ৰ উদ্যান
ফুলে তথা সৰ্ব্বকাল॥ ২৩৬৮৮
যত মনোহৰ মন্দাৰ কুসুম
পাৰিজাত তথা আছে।
স্থল অভিনয় কুসুম পল্লৱ
দেখি তাত গাছে গাছে॥

ভাত কল্পতৰু আছয় অগৰু
শুনা তাত কেন কথা ।
মহা তৰুবৰ মাগি পাই ফল
মনে অভিলাষি তথা ॥২৩৬৮৯
বসন্ত মিলিল আবাৰে কোকিল
বহয় মলয়া বাৱ ।
ভ্ৰমৰ গুঞ্জৰি চিত্ত চুৰি কৰি
কোকিলে তেজয় বাৱ ॥
দাৰুণ বিৰহে শৰীৰ নসহে
যতেক বিৰহী জন ।
পাঞ্চ পাঞ্চ বাণে দুঃসহ সন্ধানে
হৃদয় দহে মদন ॥ ২৩৬৯০
দেৱ শঙ্কৰৰ চাৰু গিৰিবৰ
ৰত্নময় মহা থান ।
থিৰতৰ মনে নানা সিদ্ধগণে
কৰন্ত যোগ ধিয়ান ॥
মৃগ চৰ্ম্ম পাৰি পদ্মাসন কৰি
গিৰি গহ্বৰত বসি ।
নানাবিধ ব্ৰতে শিৱক সততে
পূজন্ত যত তপস্বী ॥ ২৩৬৯১
কৰ্ণে তাম্ৰ কৰি মৃগৰ ছৰৰি
পিঙ্গতে কণ্ঠয় টল ।
কৰত ডম্বৰু গাৱে সুৰগুৰু
হৰক স্তুতি মঙ্গল ॥
ব্ৰহ্মা নাৰায়ণ আদি দেৱগণ
তথাত কৰা ভকতি ।
নানা উপহাৰে বিবিধ প্ৰকাৰে
নিতে পূজে সুৰপতি ॥ ২৩৬৯২
নানা ঋষিগণে অতি শুদ্ধ মনে
জানে তন্ত্ৰ বেদ সাৰ ।
আভি দীৰ্ঘবাৰে শিষ্যক পঢ়াৱে
মধুৰ শুনি সুস্বৰ ॥
জানে শব্দক্ৰম কৰি তত্ত্ব দম
চৈতন্য শাস্ত্ৰ চাৰি বেদ ।

যত তপ ব্ৰত কৰে মনুষ্যত
দিনেকো নাহি বিচ্ছেদ ॥ ২৩৬৯৩
কাব্য কোষ যত পুৰাণ ভাৰত
নাটক তৰ্ক খণ্ডন ।
তথা অহৰ্নিশে পঢ়ে বহু বিধে
যাহাৰ যাহাক মন ॥
বেদান্ত কাহিনী ব্যাসক প্ৰণামি
কৰন্ত স্তুতি বিচাৰ ।
যতেক প্ৰত্যেক সকলে ততেক
একে বিষ্ণুমন্ত্ৰ সাৰ ॥ ২৩৬৯৪
যত ভূতগণ কৰন্ত প্ৰণাম
প্ৰথমে নাম বখানি ।
দেখন্তে বিকৃত ৰূপে ভয় ভীত
কাৰো গদ গদ বাণী ॥
কাৰো নাহি শিৰ কবন্ধ শৰীৰ
কাৰো হাণ্ডী হেন পেট ।
গলত গণ্ডল কোষত কুষ্কণ্ড
চাপৰি নেদেখে হেঠ ॥ ২৩৬৯৫
কাৰো নাহি ভৰি থাকে পৰি পৰি
কাহাৰো অনেক পাৱ ।
কাৰো হাতে খণ্ডা কতো মুণ্ড ৰণ্ডা
কাৰো বহুতৰ গাৱ ॥
কুলা হেন কাণ লৰে ঘনে ঘন
কূপ হেন চক্ষু দুই ।
বদন ভিতৰ পৰ্ব্বত গহ্বৰ
দেখি ভয় ভীত হুই ॥ ২৩৬৯৬
কতো দুই পাৱ পশুৰ আকাৰ
নিষ্ঠুৰ বিকৃত মাত ।
ফুৰি ফুৰি গৈল প্ৰকটিত ভৈল
মুখত বিকৃত দান্ত ॥
হেন কুশোভন শিৱ সেনাগণ
ভ্ৰমে তথা নানা ভাৱে ।
দেখি ভয়ঙ্কৰ পাণ্ডু তনয়ৰ
লপোনতে কাম্পে গাৱে ॥ ২৩৬৯৭

স্বভাৱে শোভন অপেশ্বৰাগণ
মদন চকিত ভাৱ ।
উন্নত কঠিন ঘন পীন স্তন
তাৰ অৱনত গাৱ ॥
সহজে চঞ্চলী মদনে বিকলী
নির্ভয়ে তৰুণী জন ।
কামভাৱে পাশে ৰতিৰঙ্গৰসে
কৰে প্ৰভু সুমৰণ ॥ ২৩৬৯৮
তান নখে ক্ষত সুৰত বেকত
নাগৰ প্ৰভুৰ সঙ্গে ।
খোপা সুলকিল কুসুম খসিল
নির্ভৰ সুৰতি ৰঙ্গে ॥
নিদ্ৰা বিৰহণে আনন্দ নয়নে
অধৰ দশন যাৰ ।
ৰজনী প্ৰসন্ন নৰনাৰীগণ
চলে আপোনাৰ ঠাৱ ॥ ২৩৬৯৯
তিনি চাৰি নাৰী হাতে হাতে ধৰি
পথত ৰঙ্গে লৰৱে ।
গাৱত চঞ্চল নেত্ৰৰ আঞ্চল
বাৰে হালি হালি পৰে ॥
যৌৱনৰ ভৰে চলে ধীৰে ধীৰে
দুঃসহ নিতম্ব ভৰে ।
নয়ন কটাক্ষে বদন নিৰেখে
চিন্তনে চিত্ত বিকাৰে ॥ ২৩৭০০
ঘোৰ কামবাণে দুস্সহ সন্ধানে
সহিব কাৰ পৰাণে ।
মৌন পৰিহৰি কেহো ৰৱনাৰী
চলি গৈলা প্ৰভুথানে ॥
হেনয় অনেক তথাপি ৰসক
দেখিলা নাৰীৰ কৰ্ম্ম ।
কৰিবো বৰ্ণন জানে বুধ জন
পাপবো নজানে মৰ্ম্ম ॥ ২৩৭০১
নৃপ শিৰোমণি দেৱ মহামণি
দুৰ্ল্লভ নাৰায়ণ ৰাজা ।

নিতে পুত্ৰৱতে পালিলা সততে
পৃথিৱীৰ যত প্ৰজা ॥
তাহান তনয় ভৈল ধৰ্ম্মময়
ইন্দ্ৰ নাৰায়ণ দেৱ ।
মহা বীৰ ধীৰ স্বভাৱে গম্ভীৰ
নিতে কৃত্য হৰি দেৱ ॥ ২৩৭০২
নিজ বাহুবলে পাইলা অবিকলে
অখণ্ড মহী মণ্ডলে ।
যাত খাতে নামি সততে প্ৰণামি
বিপক্ষ নৃপসকলে ॥
যত সৰ্ব্বক্ষণ ইন্দ্ৰ নাৰায়ণ
বৰ দেন্ত সদাশিৱ ।
হৌক নৰেশ্বৰ পাঞ্চ গৌৰেশ্বৰ
পিতা পুত্ৰে চিৰঞ্জীৱ ॥ ২৩৭০৩
ছোট শিলা নাম আছে এক গ্ৰাম
যত গ্ৰাম মধ্যে সাৰ ।
আছিল তথাত জগত প্ৰখ্যাত
চক্ৰপাণি শিকদাৰ ॥
পটু নৰবৰ কায়স্থ প্ৰৱৰ
ধৰ্ম্মৰন্ত মহাযশী ।
পণ্ডিত তিলক কুল প্ৰকাশক
নিষ্কলঙ্ক যেন শশী ॥ ২৩৭০৪
দেৱ দ্বিজগণ কৰিলা পূজন
সঘনে ধৰ্ম্ম প্ৰসঙ্গ ।
নিত্য উপগত যাৰ অভ্যাগত
নভৈলেক আশা ভঙ্গ ॥
নিজ গুণবলে লভিল সকলে
ধন ধান সতকাৰ ।
নৃপতি প্ৰধান দুৰ্ল্লভ নাৰাণ
প্ৰসংশয় বাৰে বাৰ ॥ ২৩৭০৫
তানে পৰলোক ভৈল সৰ্ব্বে শোক
নিজ তনু ভজে ৰণে ।
মেৰু শৃঙ্গ ভঙ্গ সিন্ধু ভৈলা পঙ্ক
মাণিক্য খিচিলা মূলে ॥

তাহান তনয় আতি গুণতনয়
কবিবৰ সৰস্বতী।
দ্ৰোণপৰ্ব্ব পদ জয়দ্ৰথ বধ
কৌতুহলে নিগদন্তি ॥ ২৩৭০৬

—*—

জয়দ্ৰথ বধৰ নিমিত্তে অৰ্জ্জুনৰ যুদ্ধ

পদ

সুগন্ধ শীতল বায়ু বহে ধীৰে ধীৰে।
নানা গুণগণ দেখি পৰ্ব্বত ৰুচিৰে ॥
দেখন্তে অৰ্জ্জুনে সেহি পৰ্ব্বত শিখৰ।
যোগধ্যান কৰি তাত আছন্ত শঙ্কৰ ॥ ২৩৭০৭
সহস্ৰ আদিত্য যেন প্ৰকাশে শৰীৰ।
মাথে সুৰেশ্বৰী গঙ্গা বহে ধীৰে ধীৰ ॥
অৰ্দ্ধ অঙ্গে গৌৰী শিৰে শশাঙ্ক নিৰ্ম্মল।
অনেক সহস্ৰ চক্ষু দেখিতে উজ্জ্বল ॥ ২৩৭০৮
বেদমন্ত্ৰ পঢ়ি স্তুতি কৰে ঋষিগণ।
তিনি গুণ প্ৰকৃতি কাৰণ নিষ্কাৰণ ॥
নিত্য নিৰঞ্জন গুণে তপে অনুপাম।
দেখি কৃষ্ণে ধনঞ্জয়ে কৰিলা প্ৰণাম ॥ ২৩৭০৯
পৃথিৱীত মাত্ৰ অৱনত কৰি শিৰ।
শঙ্কৰত শৰণ পশিলা দুয়ো বীৰ ॥
নানাবিধ স্তুতি কৰিলন্ত অনন্তৰে।
পুষ্প ধূপ উপহাৰে পূজিলা বিস্তৰে ॥ ২৩৭১০
অনেক প্ৰকাৰ কৰি শিৱক তুষিলা।
পাচে পশুপতি পাশুপত অস্ত্ৰ দিলা ॥
পাশুপত অস্ত্ৰ যদি পাইলা ধনঞ্জয়।
কৃষ্ণ ধনঞ্জয় গৈলা আপোন আলয় ॥ ২৩৭১১
হেন বিপৰীত বীৰে দেখিলা সপোন।
সপোনত শঙ্কৰক পাইলা দৰিশন ॥
পাশুপত অস্ত্ৰ পাইলা বীৰ শিৰোমণি।
অনন্তৰে কতোক্ষণে পুহাইল ৰজনী ॥ ২৩৭১২
ৰজনী প্ৰভাতে দশোদিশ সুপ্ৰসন্ন।
কৰে জয় ধ্বনি যুধিষ্ঠিৰৰ ভৱন ॥
ভাটসবে ভটিমা পঢ়য় দীৰ্ঘৰাৱে।
চাটুকাৰসবে স্তুতি কৰে নানা ভাৱে ॥ ২৩৭১৩
নানা নৃত্য গীতে বাদ্য কৰন্তে প্ৰবোধ।
চেতন লভিলা যুধিষ্ঠিৰ মহা যোধ ॥
শয্যা এৰি উঠি শুদ্ধ কৰিলা শৰীৰ।
স্নান মন্দিৰত প্ৰৱেশিলা যুধিষ্ঠিৰ ॥ ২৩৭১৪
নিয়ম শৰীৰে শুদ্ধ সেৱকসকল।
সুবৰ্ণ কলসে ঢালে সুশীতল জল ॥
চন্দনে সুগন্ধ জলে কৰিলন্ত স্নান।
পবিত্ৰ বসন পাচে কৰিলা পিন্ধন ॥ ২৩৭১৫
সশৰীৰে চন্দন পিন্ধিলা নৰনাথে।
শুক্ল মালা আনি বেঢ়ি পিন্ধিলন্ত মাথে ॥
বিচিত্ৰ কুসুম মালা গাৱত পিন্ধিলা।
পূৰ্ব্বমুখ হুয়া বহু মন্ত্ৰক জপিলা ॥ ২৩৭১৬
অনন্তৰে হোম গৃহে ভৈলন্ত প্ৰৱেশ।
নিজ মন্ত্ৰে ৰাজা হোম কৰিলা অশেষ ॥
হোম কৰ্ম্ম সমৰ্পিয়া ৰাজা আগুসাৰ।
ব্ৰাহ্মণবৰ্গক ৰাজা দেখিলা অপাৰ ॥ ২৩৭১৭
মহা তপশালী বেদ-বেদাঙ্গকুশল।
মণ্ডপত বসিলন্ত ব্ৰাহ্মণসকল ॥
পাদ্যে অৰ্ঘে নৃপতি কৰিলা বহুমান।
পৰম আনন্দে ব্ৰাহ্মণক দিলা দান ॥ ২৩৭১৮
পবিত্ৰ কৰিয়া ধেনু প্ৰথম প্ৰসূতা।
ঘটশ্ৰৱা সুলক্ষণী দানৰ যুগুতা ॥
কৃষ্ণপুচ্ছ সকলে লক্ষণে নহে হীন।
গন্ধে পুষ্পে পূজি কৰিলন্ত প্ৰদক্ষিণ ॥ ২৩৭১৯
ব্ৰাহ্মণলোকৰ যাৰ যেন তুষ্ট মন।
সুবৰ্ণ অঞ্জলি ভৰি পূৰি দিলা দান ॥
দিলা ফল পুষ্প নানা দ্ৰব্যে পঞ্চামৃত।
কচিকৰ দধি দুগ্ধ গুড় মধু ঘৃত ॥ ২৩৭২০
বেদ স্বস্তি বিপ্ৰক সৰ্ব্বস্ব দিলা দান।
ধেনুৰ দক্ষিণা দিলা শাস্ত্ৰৰ বিধান ॥
ব্ৰাহ্মণক পৰিতোষি কুন্তীৰ কুমাৰ।
পিন্ধন কৰিলা ৰাজযোগ্য অলঙ্কাৰ ॥ ২৩৭২১

হেনমতে হৰিষে আছন্ত ধৰ্ম্মৰাজ।
তথা মিলিলন্ত পাচে নৃপতিসমাজ ॥
ধৃষ্টদ্যুম্ন শিখণ্ডী বিৰাট বৃকোদৰ।
দ্রুপদ সাত্যকি আদি আনো ধনুৰ্দ্ধৰ ॥ ২৩৭২২
নৃপতিৰ আগত মিলিল ৰাজাগণ।
সবাকে দিলন্ত যেন যুগুত আসন ॥
ভিন্ন ভিন্ন আসনে বসিলা বীৰগণ।
একাসনে বসিলা সাত্যকি নাৰায়ণ ॥ ২৩৭২৩
যদি ৰাজাগণ আসনত ভৈলা থিৰ।
মাধৱক সম্মুখি মাতন্ত যুধিষ্ঠিৰ ॥
মধুৰ বচনে কৰি মাতে ধৰ্ম্মৰাজ।
শুনি শুনি আছে সবে নৃপতি সমাজ ॥ ২৩৭২৪
যেন দেৱগণ বাসৱক অনুসৰি।
দানৱক জিনে ঘোৰতৰ শৰ ধৰি ॥
আমাৰো তেনয়মতে তোমাতেসে আশ।
তযু বলে কৰিলোঁ যুদ্ধক অভিলাষ ॥ ২৩৭২৫
দুৰাচাৰ কৌৰৱে কৰিলে যেন যেন।
যত দুখ নিকাৰ লভিলা ভীমসেন ॥
দ্রৌপদীৰ দুখ অপমান সমুদায়।
অদ্যাপি সুমৰি তাক প্রাণ ফাটি যায় ॥ ২৩৭২৬
ৰাজাৰ নন্দিনী সুলক্ষণী যাজ্ঞসেনী।
আমি বিদ্যমানে তেহো পৰ সেৱকিনী ॥
নকান্দন্তে চক্ষুৰ লোতক আসে ধাৰে।
যে কৰ্ম্ম কৰিল কীচক দুৰাচাৰে ॥ ২৩৭২৭
স্বভাৱতে দ্রৌপদীৰ যতেক নিকাৰ।
কৰিলেক দুঃশাসনে যত খিলিঙ্কাৰ ॥
কোন ৰাজকুমাৰীৰ হেন আছে দুই।
অদ্যাপি সুমৰি নয়নৰ বহে লুই ॥ ২৩৭২৮
আনো যত দুস্সহ নিকাৰ পাণ্ডৱৰ।
অশেষ বিশেষ তাক জানা দামোদৰ ॥
সবে জানা তুমি যেন মোহোৰ ভকতি।
জানা ধনঞ্জয়ৰ তোমাত যেন ৰতি ॥ ২৩৭২৯
নাহি আন বান্ধৱ কুটুম্ব তুমি সম।
তোমাত উৎসাহ যেন ৰত্নন পৰম ॥

কোটি ধনঞ্জয়ৰ প্রতিজ্ঞা নোহে দ্রুম।
আজি হেন কৰি তাক কৰা নাৰায়ণ ॥ ২৩৭৩০
অপাৰ সাগৰ ভৈল কৌৰৱসকল।
তাতে পৰি পাণ্ডৱ নিশেষে যাওঁ তল ॥
তুমি নৌকা ভৈলা তাত পশিলোঁ শৰণ।
অপাৰ সাগৰে পাৰ কৰা নাৰায়ণ ॥ ২৩৭৩১
মোত কহি আছন্ত নাৰদ মুনি সাৰ।
তুমি শঙ্খ চক্র গদাধৰ অৱতাৰ ॥
গৰুড়বাহন কংস কেশী বিমৰ্দ্দন।
জয় নমো নাৰায়ণ জয় জনাৰ্দ্দন ॥ ২৩৭৩২
ব্রহ্মৰূপে তোমাক চিন্তন্ত যোগীগণ।
পৰম পুৰুষ তুমি নিত্য নিৰঞ্জন ॥
লীলা ৰূপে ফুৰা তুমি মনুষ্য আকাৰ।
স্বৰূপত তোমাৰ কল্পনা অৱতাৰ ॥ ২৩৭৩৩
অনন্তৰে নৃপতিত বদতি মাধৱ।
মহাপৰাক্রমী বলী মধ্যম পাণ্ডৱ ॥
তাঙ্ক জিনিবাক পাৰে কোন ধনুৰ্দ্ধৰ।
যদি বজ্র হাতে ধৰি আসে পুৰন্দৰ ॥ ২৩৭৩৪
বীৰ ধনঞ্জয় জানে সবে ৰণধৰ্ম্ম।
কৰিবাক নোৱাৰে আপুনি কোন কৰ্ম্ম ॥
তথাপি দেখিয়ো আজি মোহোৰ মহিমা।
দুৰাচাৰ সৈন্ধৱক নকৰিবো ক্ষমা ॥ ২৩৭৩৫
দেখন্তোক কৌৰৱৰ যত মহাৰথ।
সমৰত অৰ্জ্জুনে দেখিবা জয়দ্রথ ॥
কাক শেন শগুণ যতেক পক্ষীগণ।
সৈন্ধৱৰ মাংস আজি কৰোক ভক্ষণ ॥ ২৩৭৩৬
সুভদ্রা ভগিনী আজি খণ্ডিয়োক শোক।
আজি জয়দ্রথ যমনগৰে চলোক ॥
বাসৱে সহিতে যদি আসে দেৱগণ।
দুৰাচাৰ সৈন্ধৱক কৰিবে ৰক্ষণ ॥ ২৩৭৩৭
অৰ্জ্জুনৰ শৰত তথাপি সিন্ধুৰাজ।
যমনগৰক চলিবাক ভৈলা সাজ ॥
হেন শুনি মৌনে থাকিলন্ত নাৰায়ণ।
অনন্তৰে তথাতে অৰ্জ্জুন উপজিল ॥ ২৩৭৩৮

ৰাজ সমাজত প্ৰবেশিলা মহামতি।
যুধিষ্ঠিৰ নৃপতিক কৰিলা প্ৰণতি ॥
দায়াতৰে আলিঙ্গি ধৰিলা নৃপবৰ।
মুখত চুম্বন দিলা তাত অনন্তৰ ॥ ২৩৭৩৯
তুষ্টমনে ভ্ৰাতৃৰ কৰিলা শিৰ ভ্ৰাণ।
জয় ধনঞ্জয় বুলি দিলা সম্বিধান ॥
যাক যেন যোগ্য তাক কৰি সম্ভাষণ।
আসনে বসিলা পাচে পাণ্ডুৰ নন্দন ॥ ২৩৭৪০
সবে ৰাজাগণৰ আগত ধনঞ্জয়।
সপোনৰ কথা কহিলন্ত যেন নয় ॥
যেনমতে পশুপতি দিলা পাশুপত।
অৰ্জ্জুনে সকলো কথা কৰিলা বেকত ॥ ২৩৭৪১
সবে নৃপগণে কথা শুনি অনুপাম।
উঠি উঠি শঙ্কৰক কৰিলা প্ৰণাম ॥
সাধু সাধু মহাদেৱ ভকত বৎসল।
সাধু সাধু অৰ্জ্জুনৰ ভকতি প্ৰবল ॥ ২৩৭৪২
হেন শুনি প্ৰশংসিলা সবে ৰাজাগণ।
যুধিষ্ঠিৰ নৃপতিৰ তুষ্ট ভৈলা মন ॥
সেহি সময়ত ভৈল অনেক উৎসৱ।
সমৰক চলা বুলি আসিলা পাণ্ডৱ ॥ ২৩৭৪৩
অৰ্জ্জুনৰ ৰথ যোগাইলন্ত নাৰায়ণ।
ৰথখান জ্বলে যেন পৰ্ব্বত কাঞ্চন ॥
প্ৰভাত কালত যেন আদিত্য উদয়।
মেঘ সম ৰথৰ গৰ্জ্জন শুনি ভয় ॥ ২৩৭৪৪
দ্বিজগণে পঢ়ি নানা প্ৰকাৰে মঙ্গল।
ৰথত কুশৰ আগে সিঞ্চিলন্ত জল ॥
দৰশনে ৰাজাৰ শত্ৰুৰ পৰাভৱ।
হেন মহা ৰথখান যোগাইলা মাধৱ ॥ ২৩৭৪৫
মহাবীৰ ধনঞ্জয় ধৰি বীৰবেশ।
গাৱত বান্ধিলা হেম কৱচ বিশেষ ॥
শিৰত মুকুতা মণি চাপ বাণ ধৰি।
তৰুণ শৰীৰে ৰূপে গুণে মনোহাৰী ॥ ২৩৭৪৬
অনন্তৰে ৰথত চঢ়িলা ধনঞ্জয়।
উদয় গিৰিত যেন আদিত্য উদয় ॥

অৰ্জ্জুনৰ ৰথত সাত্যকি নাৰায়ণ।
ভেৰ দিয়া ৰথত চঢ়িলা জুয়োজন ॥ ২৩৭৪৭
জয় ধনঞ্জয় মহাবীৰ শুভময়।
সদয় হৃদয় ৰিপুজনৰ প্ৰলয় ॥
হেন শুনি প্ৰশংসিলা মধুৰ বচন।
মহা ধৰ্ম্মশালী গুৰুতৰ বৃদ্ধজন ॥ ২৩৭৪৮
ধৰিলন্ত উঠি কৃষ্ণে ঘোঁৰাৰ শিকলি।
ইন্দ্ৰৰ ৰথৰ যেন সাৰথি মাতলি ॥
যুদ্ধৰ সম্মুখ মেলি দিলা চাৰি ঘোঁৰা।
বেগে চলে ঘোঁৰা গৰুড়ৰ সমজোৰা ॥ ২৩৭৪৯
যুদ্ধক অৰ্জ্জুন যেৱে কৰিলা গমন।
অনুকূলে বহে সবে শীতল পৱন ॥
দশোদিশে শুনি জয় মঙ্গল ৰড়াৱে।
জয়ধ্বনি কৰিলন্ত ব্ৰাহ্মণ সদায়ে ॥ ২৩৭৫০
শতেক সুবৰ্ণ ঘট নিয়ৰে ভৰিল।
অৰ্জ্জুনৰ অগ্ৰভাগে শাৰী কৰি দিল ॥
তাহাৰ উপৰে ফল ফুল আমডালি।
শাৰী কৰি পথত প্ৰদীপ দিলা জ্বালি ॥ ২৩৭৫১
নানা নটে ভাটে চাটু কৰয় আৰাৱ।
সিৰেলাত কৰে ভয় মঙ্গল উৎসৱ ॥
উৰুলি জোকাৰ নাৰীগণৰ সম্বাদ।
দুৰ্ব্বাক্ষত সিঞ্চিয়া কৰন্ত আশীৰ্ব্বাদ ॥ ২৩৭৫২
হেন শুভক্ষণে চলি গৈলা কুন্তীসুত।
জিনহো সমৰে অবিলম্বে জয়যুত ॥
শত্ৰু জিনন্তোক সাফলোক অঙ্গীকাৰ।
হেন আশীৰ্ব্বাদ কৰিলন্ত বাৰম্বাৰ ॥ ২৩৭৫৩
হেনমতে চলিলন্ত কেশৱে সহিতে।
কেশৱ সাৰথি ৰথখান চলে দ্ৰুতে ॥
সাত্যকিক সম্বুধি মাতন্ত ধনঞ্জয়।
শুনিয়োক মহাবীৰ বচন নিৰ্ণয় ॥ ২৩৭৫৪
আতি কঠিকৰ য়েখো যাত্ৰাৰ মঙ্গল।
জানিলোঁ জয়তি মোৰ হুইবে অবিকল ॥
চলিবো ৰথাতে আছে সৈন্ধৱ পাপিষ্ঠ।
আজি তাক সমৰে বধিবো নিশ্চৈ নিষ্ঠ ॥ ২৩৭৫৫

আমি চলি যাওঁ সৈন্ধৱক যুজিবাক।
তুমি মহাবীৰ ৰণে ৰাখিয়ো ৰাজাক ॥
যেনে ৰক্ষা হৈৱন্ত নৃপতি ধৰ্ম্মৰাজ।
সমৰে সাত্যকি তুমি কৰা হেন কাজ ॥ ২৩৭৫৬
মহা পৰাক্ৰমী তুমি ৰণে যেন যম।
বলে পৰাক্ৰমে যে নেদেখোঁ তুমি সম ॥
তোমাক জিনিবে হেন আছে কোন বীৰ।
সমৰত হিত চিন্তিয়োক নৃপতিৰ ॥ ২৩৭৫৭
তুমি নাৰায়ণ সম আমাৰ মনত।
সমৰ্পিলোঁ ৰাজা আমি তোমাৰ হাতত ॥
যেন পৰাভৱ নপাৱন্ত যুধিষ্ঠিৰ।
হেনমনে ৰাজাক ৰাখিবা মহাবীৰ ॥ ২৩৭৫৮
অৰ্জ্জুনে কৰিলা হেন বচন উচ্চাৰ।
শুনি তাক সাত্যকি কৰিলা অঙ্গীকাৰ ॥
আপোন ৰথত চৰি কৰিলন্ত গতি।
যথাত আছন্ত ৰণে কৌৰৱ নৃপতি ॥ ২৩৭৫৯
সঞ্জয়ত ধৃতৰাষ্ট্ৰে পুছন্ত কাহিনী।
অৱসান ভৈল সবে দুৰ্ঘোৰ ৰজনী ॥
দুখ শোক বিকুল সন্তাপে কুৰুদল।
কোন কৰ্ম্ম কৰে তাক কহিয়ো সকল ॥ ২৩৭৬০
সৰ্ব্বকালে জানোঁ অৰ্জ্জুনৰ পৰাক্ৰম।
মোৰ সেনাগণে কৰিলেক কোন কৰ্ম্ম ॥
কৌৰৱদলত আজি কোন পৰাভৱ।
নৃত্যগীত বাদ্যভণ্ড নুশুনোঁ উৎসৱ ॥ ২৩৭৬১
ৰঙ্গ ঢঙ্গ পৰিহাস হুলস্থুল বোল।
উচল পাচল নাহি প্ৰজাৰ আন্দোল ॥
কৰ্ণ শৈল্য কৃতবৰ্ম্মা কৃপ সত্যদৃতি।
বীৰ ভূৰিশ্ৰবা জয়দ্ৰথ সিন্ধুপতি ॥ ২৩৭৬২
দুৰ্য্যোধন আদি কৰি শতেক তনয়।
আনো যত যত আসিয়াছে নৃপচয় ॥
এসবাৰ মন্দিৰে নুশুনোঁ বাদ্যভণ্ড।
প্ৰতি দিনে জয়ধ্বনি প্ৰজাৰ প্ৰচণ্ড ॥ ২৩৭৬৩
আজি দেখো ৰাজাগণ নিশবদ ভৈল।
নাহি বাদ্যভণ্ড আৰন্তে পৰি জিয় গৈল ॥
চক্ষুৰে নেদেখো কাণে শুনি থাকো নিত।
দ্ৰোণ অশ্বত্থামাৰ মন্দিৰে বিপৰীত ॥ ২৩৭৬৪
ঢাকঢোল মাৰ্দ্দল তবল কৰতাল।
নানা বিধ বাদ্যভণ্ড প্ৰজাৰ ঘকাল ॥
আটাস টকালি কেলি হাস পৰিহাস।
প্ৰজাৰ আন্দোল বোলে পৰশে আকাশ ॥ ২৩৭৬৫
নৃত্য গীত অনেক যন্ত্ৰৰ শুনি নাদ।
নানা পণ্ডিতৰ উচ্চ উচ্চ গ্ৰন্থবাদ ॥
অহৰ্নিশে ব্ৰাহ্মণ শতেকে পঢ়ে বেদ।
হয় হস্তী ৰথৰ নাহিকে অবিচ্ছেদ ॥ ২৩৭৬৬
বিদুৰত শুনন্তে কৰ্ণত হানে তাল।
ধনুৰ টঙ্কাৰে ঘনে ঘনে ভূমিচাল ॥
কিছু আজি নুশুনোঁ সকল নিশবদ।
দ্ৰোণ অশ্বত্থামাৰ জানিলো নাহি মদ ॥ ২৩৭৬৭
অনুমানে জানো দুৰ্য্যোধনৰ ভৱনে।
শোক দুখ চিন্তাক কৰন্ত সৰ্ব্বক্ষণে ॥
কুৰু পাণ্ডৱৰ মিত্ৰতাক কৰি মন।
পূৰ্ব্বতে আপুনি বুলিলেক নাৰায়ণ ॥ ২৩৭৬৮
পাণ্ডৱ কৌৰৱ দলে নালাগে ঘকাল।
একহুয়া মিত্ৰভাৱে থাকা সৰ্ব্বকাল ॥
পিতৃ পিতামহ ৰাজ্য পাণ্ডৱৰ দুই।
যুধিষ্ঠিৰে সহিতে বিভাগি ভুঞ্জা দুই ॥ ২৩৭৬৯
নানা উপশাম বুলি কৰন্ত নিৰ্দ্দ্বন্দ্ব।
নুশুনিল তাক দুৰ্য্যোধন মহামন্দ ॥
মন্দবুদ্ধি কৰ্ণ দুঃশাসনৰ কাৰণে।
মাধৱৰ হিতবাণী নুশুনিল কাণে ॥ ২৩৭৭০
নিসিজিল কাৰ্য্য যদি মাধৱৰ বোলে।
তৈসানি জানিলো আমি গ্ৰাসিলেক কালে ॥
পাশা খেলিবাক ইচ্ছা নাছিলেক আমাৰ।
যুথ হানি বিদুৰে বুলিলা শতবাৰ ॥ ২৩৭৭১
ভীষ্ম শৈল্য ভূৰিশ্ৰবা ৰাজা জয়দ্ৰথ।
পুৰুমিত্ৰ জয় কৃপ দ্ৰোণ মহাৰথ ॥
বীৰ অশ্বত্থামা আৰু যত মহীপাল।
পাশা খেলিবাক আমি ৰাখিলা [illegible] ॥ ২৩৭৭২

তাসম্বাৰ বাণী শুনিলন্তে হন্তে কাণে ।
চিৰকালে তেৱে কি নিজীৱে দুৰ্য্যোধনে ॥
মধুৰ চৰিত্ৰ ধৰ্ম্ম কুলীন বচন ।
মহা বুদ্ধিমন্ত একো কালে নাহি হীন ॥ ২৩৭৭৩
ৰণত কুশল পাণ্ডৱৰ পাঞ্চ ভাই ।
তাসম্বাৰ ৰাজ্যভাৰ ভুঞ্জিতে যুৱাই ॥
যদি অৰ্দ্ধৰাজ্য দিয়ে দুৰ্য্যোধন মন্দে ।
তথাপি পাণ্ডৱে ক্ষমা কৰে বিনা দ্বন্দ্বে ॥ ২৩৭৭৪
কুটুম্ব বান্ধৱ মিত্ৰজনত গৌৰৱে ।
সবে অপৰাধ ক্ষমা কৰন্ত পাণ্ডৱে ॥
আপুনি বুলিব নানা বচন যুগুতি ।
অনেক কৰিবো আতি কাতৰ কাকুতি ॥ ২৩৭৭৫
মোহোৰ কাকুতি বাণী পাণ্ডৱে শুনন্তে ।
সবে অপৰাধ ক্ষমা কৰিলেক হন্তে ॥
কৃষ্ণকো বুলিলো হন্তে বচন বিনয় ।
মোৰ বাক্যে নাৰায়ণ হৈবন্ত সদয় ॥ ২৩৭৭৬
মহা বলৱন্ত শান্ত পাণ্ডুৰ কুমাৰ ।
কদাচিতো নবাধিবে বচন কৃষ্ণৰ ॥
হেন বুলি অনেক বুজাইলো বাৰে বাৰে ।
নুশুনিলে তাক দুৰ্য্যোধন দুৰাচাৰে ॥ ২৩৭৭৭
এবে পাণ্ডৱক কোনে কৰিবে সমৰ ।
যদি দেৱগণ সমে আসে পুৰন্দৰ ।
পাপবুদ্ধি কৰ্ণ দুঃশাসন দুৰ্য্যোধন ।
কপটত পণ্ডিত শকুনি পাপমন ॥ ২৩৭৭৮
এসম্বাৰ নিমিত্তে মিলিল মহামাৰী ।
এবে কেন সমৰ নকৰে এহি চাৰি ॥
কহিয়ো সঞ্জয় শুনি থাকো একমনে ।
কেনে যুদ্ধ কৰিলে নৃপতি দুৰ্য্যোধনে ॥ ২৩৭৭৯
অৰ্জ্জুনৰ কোপানল দেখি ভয়ঙ্কৰ ।
কেনমতে কুৰুগণে কৰিলে সমৰ ॥
অন্ধক ৰাজাত কথা সঞ্জয়ে কহন্ত ।
কৌৰৱৰ আগে তুমি ইঠাৱে মহন্ত ॥ ২৩৭৮০
হেনতো আপুনি আচৰিলা মহাপাপ ।
এবে আমি কৰো কিছো নাহিক উপাল ॥
প্ৰথমতে তুমি নিৰৰ্ত্তাইলা হন্তে পাপ ।
কি কাৰণে হৈল হন্তে বংশৰ বিনাশ ॥ ২৩৭৮১
যৈসানি পাণ্ডৱে ৰাজ্য পঠাইলেক মাগি ।
কিসক তৈসানি ৰাজ্য নেদিলা বিভাগি ॥
যত যত অকৰ্ম্ম কৰিলা দুৰ্য্যোধন ।
লাভ দেখি তোমাৰ তৈসানি ৰঞ্জমন ॥ ২৩৭৮২
সঙ্কটত পৰি এবে কৰা অনুবন্ধ ।
জল বহি গৈলে পাচে কৰা সেতুবন্ধ ॥
অকাৰণে নৃপতি কৰাহা মহাশোক ।
যেন ৰণ ভৈলা শুনা সাৱধানে তাক ॥ ২৩৭৮৩
দুৰ্ঘোৰ ৰজনী যেবে ভৈলা উপশাম ।
দ্ৰোণে কৰিলেক কটকক সমিধান ॥
সমদলে কটকে চলিল মহাবলী ।
ব্যূহ পাতিবাক গৈলা কটক আকলি ॥ ২৩৭৮৪
ৰাৰিষাৰ মেঘ যেন শুনি সচকিত ।
বীৰগণে গৰ্জ্জন কৰিলা বিপৰীত ॥
অনেক প্ৰকাৰে অস্ত্ৰ শস্ত্ৰ ধৰি কৰে ।
বীৰগণে ডেৱ পাৰে আতি আড়ম্বৰে ॥ ২৩৭৮৫
মাজিলা ধনুৰ গুণ দৃঢ় শতবাৰ ।
কৰ্ণমানে টানি আনি কৰিলা টঙ্কাৰ ॥
আগবাঢ়ি আন্দোল কৰন্ত সেনাচয় ।
বোলো ইবেলাত কোথাইত ধনঞ্জয় ॥ ২৩৭৮৬
কেহো খাণ্ডা জিকি পাৰে বিদ্যুত সঞ্চাৰে ।
আকাশক খেপি খেপি ধৰে বাৰে বাৰে ॥
কতো কতো বীৰগণে কৰে গদাশ্ৰম ।
দাম্ফি মাৰি দৰশাৱে নিজ পৰাক্ৰম ॥ ২৩৭৮৭
অঙ্কুশ পৰশু শেল মুষল শকতি ।
কেহো কৰে ধৰি কৰে লয়লাসে গতি ॥
খাণ্ডা ধৰি কেহো আৰে ৰাঙ্ক মাৰে ছাট ।
মাৰো ধনঞ্জয় বুলি ক্ষেপে শৰপাট ॥ ২৩৭৮৮
কৰে তুলি ধৰি মহা গদা আসৰিশ ।
কোথাইত পাণ্ডৱ বুলি মাৰে দশোদিশ ॥
ধনঞ্জয় কৈত আছে কৈত দামোদৰ ।
কোনখানে আছে মহাপাপী বৃকোদৰ ॥ ২৩৭৮৯

এহি বুলি কুতূহলে সমৰক মনে ।
পাণ্ডৱক আক্ৰোশ কৰন্ত বীৰগণে ॥
ধৰ ধৰ মাৰ মাৰ সামৰ সামৰ ।
দশোদিশে শুনি ৰাৱ কৌৰৱ দলৰ ॥ ২৩৭৯০
সমৰে হৰিষ মনে কৰে সিংহনাদ ।
কৰ্ণে তাল মাৰি গৈল গগনে সম্বাদ ॥
বাদ্যে ভণ্ডে কোলাহল উচল পাচল ।
অনেক আস্ফাল দলদোপ মহীতল ॥ ২৩৭৯১
প্ৰজাৰ ঘঞ্চালে মহী কৰে তোলপাৰ ।
উল্লোল কল্লোল ৰোল আন্দোল অপাৰ ॥
ৰঙ্গে ঢঙ্গে ৰিঙ্গাৰাৱ কৰে ধিতিঙ্গালি ।
আটোপ টঙ্গাৰ কৰি কতো পাৰে গালি ॥২৩৭৯২
চাৰি পাঞ্চে বেঢ়ি বেঢ়ি কৰে হাত তালি ।
চাপৰি চাপৰি কেহো নাচে হালি হালি ॥
কূৰ্ম্মস্থলী কৰি প্ৰজা বাৱে ঢাক ঢোল ।
ভূমিকম্প সঘনে নুশুনি মাতবোল ॥ ২৩৭৯৩
ঢেমচি খেমচি ভেৰী তবল ডগৰ ।
মাদল জিঞ্জিৰি ডিণ্ডিম খাৰম্বৰ ॥
অনেক দূৰক হস্তে ভৈল উপসন্ন ।
নানাবিধ বেশ নানাবিধ আভৰণ ॥ ২৩৭৯৪
আপোন দেশৰ ভাৱে কৰে সম্ভাষণ ।
মাত বোল নুবুজি চৌদিশি সেনাগণ ॥
অনন্তৰে দ্ৰোণে ঘোৰ শঙ্খনাদ কৰি ।
সেনামধ্যে ফুৰে খৰতৰ বেগ ধৰি ॥ ২৩৭৯৫
গুৰুতৰ ব্যূহখান পাতিলা শোভন ।
ভাৱে ভাৱে ব্যূহত থাপিলা বীৰগণ ॥
সৈন্ধৱক সম্মুখি মাতন্ত সেনাপতি ।
কৰিলে দুৰ্ভিতি সেনা ব্যূহৰ সঙ্গতি ॥ ২৩৭৯৬
তুমি থাকা সৈন্ধৱ ব্যূহৰ পৃষ্ঠভাগ ।
আছোক পাণ্ডৱ দেৱে নপাৱয় লাগ ॥
ভূৰিশ্ৰৱা কৰ্ণ অশ্বত্থামা বৃষসেন ।
মহাৰাজ শল্য কৃপ আৰো বীৰগণ ॥ ২৩৭৯৭
লক্ষেক ঘোটক অযুতেক ৰথবৰ ।
চতুৰ্দ্দশ সহস্ৰেক দন্তাল ভয়ঙ্কৰ ॥
সনঘাৱ সহস্ৰ যে বিংশতি বীৰগণ ।
সবে মিলি তোমাক কৰোক আৱৰণ ॥ ২৩৭৯৮
হেন বুলি যদি আশ্বাসিলা সেনাপতি ।
সৈন্ধৱৰ ৰণক দুগুণে ভৈল মতি ॥
পঞ্চদশ শত মত্ত তৰুণ দন্তাল ।
গিৰিবৰ সম থুলন্তৰ ক্ষিতিপাল ॥ ২৩৭৯৯
তাক ঘেৰি দুৰ্ম্মৰ্ষণ তোমাৰ তনয় ।
নিশেষ সেনাৰ আগে ৰহিলা নিৰ্ভয় ॥
সৈন্ধৱক ৰক্ষা কৰিলন্ত বীৰগণে ।
তযু সুত দুতয় বিকৰ্ণ দুঃশাসনে ॥ ২৩৮০০
যুদ্ধক প্ৰৱন্ধে মহা সাৱধান হুই ।
তাৰ পৃষ্ঠ দলত সম্মুখ ভৈলা গই ॥
মহাব্যূহ পাতিলন্ত দ্ৰোণ মহাৰথ ।
ব্যূহৰ আৰন্ত ছয় প্ৰহৰৰ পথ ॥ ২৩৮০১
বহল প্ৰমাণ জানিবাহা কুৰি দণ্ড ।
দাৰুণ সঙ্কট ব্যূহ দেখিতে প্ৰচণ্ড ॥
তাৰ অভ্যন্তৰে চক্ৰব্যূহক পাতিলা ।
চক্ৰৰ মধ্যত পদ্মব্যূহক নিৰ্ম্মিলা ॥ ২৩৮০২
পদ্মব্যূহ মধ্যে শুচিব্যূহৰ নিৰ্ম্মাণ ।
হেনমতে দ্ৰোণে সেনা থৈলা থানে থান ॥
অনুমানে বুজি আক যুৰাই যথাত ।
থানে থানে থৈলা তাত নৃপ অসংখ্যাত ॥ ২৩৮০৩
অৰিগণ বিদাৰণ মহা ঘোৰকৰ্ম্মা ।
শুচিব্যূহ মধ্যে থাপিলন্ত কৃতবৰ্ম্মা ॥
ৰাজা যেন মানুষ দেখিলা নৃপবৰ ।
নিজ দল সমে দুৰ্য্যোধন নৰেশ্বৰ ॥ ২৩৮০৪
যত যত বীৰ কৌৰৱৰ ক্ষয়ঙ্কৰ ।
কৃতবৰ্ম্মা বীৰক থাপিলা অনন্তৰ ॥
চক্ৰব্যূহ বেঢ়ি বেঢ়ি অনেক যুজাৰ ।
ভাৱে ভাৱে থৈলা সমৰত অনিৰ্ব্বাৰ ॥ ২৩৮০৫
অস্ত্ৰ শস্ত্ৰ ধৰি সমৰত হুইয়া সাজ ।
তাসম্বাৰ পাচত থাকিলা সিন্ধুৰাজ ॥
নিজবীৰ সেনাগণে কৰিলা আবৃত্তি ।
দৃঢ় শুচিব্যূহৰ পৃষ্ঠত সিন্ধুপতি ॥ ২৩৮০৬

শকটব্যূহৰ মধ্যে দ্ৰোণ সেনাপতি।
আপুনি থাকিলা সাজি অৰ্জ্জুনক প্ৰতি॥
ৰক্তবৰ্ণ চাৰি ঘোঁৰা চলে ৰথখান।
মৃগচৰ্ম্মে ধ্বজগোট কৰিলা নিৰ্ম্মাণ॥ ২৩৮০৭
ধ্বজৰ পতাকা জ্বলে বায়ুৰ আন্দোল।
ঘোঁৰাৰ ঘুঘুৰা কৰে কণজুন বোল॥
শুক্লবৰ্ণ কৱচ মাথাত কৃষ্ণ ফালি।
ধ্বজৰ আস্ফাল কৰে মহা বলশালী॥ ২৩৮০৮
কালান্তক যম যেন ভৈল উপগত।
আপুনি থাকিলা দ্ৰোণ ব্যূহৰ মুখত॥
আকাশত দেৱগণে গন্ধৰ্ব্ব নিচয়।
ভয়ঙ্কৰ যুদ্ধ দেখি ভৈলন্ত বিস্ময়॥ ২৩৮০৯
সসাগৰা পৃথিৱী যতেক চৰাচৰ।
ইটো ঘোৰ ব্যূহ ভেদিবেক কোন নৰ॥
ব্যূহ দেখি আনন্দিত ভৈল কুৰুপতি।
ধৃতৰাষ্ট্ৰ নৃপতিত সঞ্জয়ে বদতি॥ ২৩৮১০
নকুলৰ পুত্ৰে শতানীক নামে সাৰ।
ধৃষ্টদ্যুম্ন সেনাপতি পাঞ্চালকুমাৰ॥
এহি দুই বীৰ ব্যূহকৰ্ম্মত সুজান।
পাণ্ডৱৰ ব্যূহখান কৰিলা নিৰ্ম্মাণ॥ ২৩৮১১
শঙ্খ শিঙ্গা নাদ ঘোৰ কৌৰৱ দলৰ।
ব্যূহৰ আন্দোলে ৰোমাঞ্চিত কলেৱৰ॥
দুৰ্ম্মৰ্ষণে বোলে শুনিয়োক সেনাচয়।
আজি মোক সন্মুখে আসোক ধনঞ্জয়॥ ২৩৮১২
ভয় নকৰিবা সমৰত সেনাগণ।
অৰ্জ্জুনক আজি নিবাৰিবো এহিক্ষণ॥
মহাদম্ভে আড়ম্বৰ কৰি অদভুত।
এহি বুলি যদি থাকি গৈলা তয়ু সুত॥ ২৩৮১৩
ৰথৰ সাৰথি যাৰ দেৱ হৃষীকেশ।
অনন্তৰে ধনঞ্জয় আগতে প্ৰৱেশ॥
যেন বজ্ৰ ধৰি প্ৰকোপিত দেৱৰাজ।
দণ্ডহস্তে যমক সমৰে ভৈলা ৰাজ॥ ২৩৮১৪
ৰত্নময় কৱচ শৰীৰ আৱৰণ।
শিৰত মুকুতা মণি মুকুট শোভন॥
পিন্ধিলা বিচিত্ৰ মণি শুক্ল আভৰণ।
কৰ্ণত কুণ্ডল জ্বলে ৰত্নৰ সমান॥ ২৩৮১৫
সুৱৰ্ণ কিঙ্কিণী হীৰা মুকুতাৰ হাৰ।
পিন্ধিলন্ত বীৰে যেন প্ৰকাশে ভাস্কৰ॥
অৰ্জ্জুনৰ চাৰু ৰথখান দেৱহৰি।
থাকিলন্ত উভয় সেনাৰ আগ কৰি॥ ২৩৮১৬
অৰ্জ্জুনে কৰিলা ৰঙ্গে ঘোৰ শঙ্খনাদ।
কৰিলা মাধৱে পাঞ্চজন্যৰ সম্বাদ॥
দুইহান্তৰ শঙ্খনাদে পূৰিল গগন।
ভয়ভীত ভৈল শুনি কুৰু-সেনাগণ॥ ২৩৮১৭
কতো বীৰে ভয়ে কৰিলেক পটোৱাৰ।
অচেতনে কতো সেনা পৰিলা অপাৰ॥
পুনৰপি তুমুল ৰোলেক উঠিলিল।
উভয় কটকে নানা শবদ কৰিল॥ ২৩৮১৮
শঙ্খ ভেৰী মৃদঙ্গ খমুচি ঢাক ঢোল।
কটকৰ আন্দোলে শুশুনি মাতবোল॥
অৰ্জ্জুন বদতি শুনিয়োক নাৰায়ণ।
নিৰ্ম্মল সেনাৰ আগে আছে দুৰ্ম্মৰ্ষণ॥ ২৩৮১৯
হস্তীযূথ ধৰি আছে ৰাজাৰ সোদৰ।
তাহাৰ দলক ৰথ বহিয়ো সত্বৰ॥
কৃষ্ণে ৰথ ডাকিলেক পৱন সঞ্চাৰ।
যথা দুৰ্ম্মৰ্ষণ আছে তোমাৰ কুমাৰ॥ ২৩৮২০
বহু বীৰগণে সমে আছে দুৰ্ম্মৰ্ষণ।
দেখি অৰ্জ্জুনক আগবাঢ়ি দিলা ৰণ॥
একেশ্বৰ অৰ্জ্জুন কৌৰৱ বীৰগণ।
প্ৰথমতে মহা ভয়ঙ্কৰ ভৈলা ৰণ॥ ২৩৮২১
অৰ্জ্জুনে কৰন্ত নানাবিধ ঘোৰ শৰ।
বাৰিষাৰ মেঘ যেন দেখি নিৰন্তৰ॥
অৰ্জ্জুনক কৃষ্ণক কৌৰৱী বীৰচয়।
নিৰন্তৰে ঢাকি সবে শৰ বৰিষয়॥ ২৩৮২২
কিটাইল পাণ্ডৱ কৌৰৱৰ শৰ পাই।
শৰবৃষ্টি কৰিলন্ত দুনাই দুনাই॥
কুণ্ডলে মণ্ডিত মুণ্ড পেলাইলন্ত কাটি।
ভূমিত পৰিল আসি দশন প্ৰকটি॥ ২৩৮২৩

কতো চক্ষু মেলি আছে জীৱন্ত পৰাই।
নৃপতিগণৰ শিৰে ধৰণী সুহাই ॥
অধৰ কামুৰি কতো থাকি গৈল পৰি।
কটা মুণ্ড গাণ্ডিখানি ভৈকো থাকে লৰি ॥২৩৮২৪
যেন পদ্মবন মত্তহস্তী ৰিপাটিল।
সেহিমতে সৈন্য কাটি ভূমি আচ্ছাদিল ॥
যেন অলঙ্কাৰ বীৰ শৰীৰ শোভয়।
পৃথিৱীত পৰি শোভা কৰে বীৰচয় ॥ ২৩৮২৫
যেন খসি খসি পৰে পকা তাল ফল।
ঠাসঠিস শুনি তথা শবদ কহ্লোল ॥
অৰ্জ্জুনে প্ৰহাৰে শৰ ধনুক আকৰ্ষি।
সেহিভাৱে বীৰগণ পৰে খসি খসি ॥ ২৩৮২৬
বায়ুত অধিক অৰ্জ্জুনৰ শৰজাল।
লক্ষিতে নপাৰি শিৰ ছেদে ততকাল ॥
অলক্ষিতে শিৰচয় কাটে শৰ কৰি।
গাণ্ডিগোট থাকে পূৰ্ব্ববতে শৰ ধৰি ॥ ২৩৮২৭
কতো বীৰগণে ঘোৰ শৰবৃষ্টি পাই।
প্ৰাণক উচৰ্গি অৰ্জ্জুনক খেদি যায় ॥
অলক্ষিতে শৰ প্ৰহাৰয় ধনঞ্জয়।
শিৰশ্চেদ ভৈলে ধাৱে ভৰি কতিপয় ॥ ২৩৮২৮
কোন বেলা হানে শৰ জোৰে কোনো ছেগে।
একেবাৰে বাহু শিৰ ছেদে কতো বেগে ॥
একোৰে নেদেখি ধনঞ্জয়ৰ মহিমা।
যতেক ছেদিলা শিৰ তাৰো নাহি সীমা ॥ ২৩৮২৯
হৃদয় ললাট কাৰো বাহু শিৰ কটি।
উৰু জানু জঙ্ঘা ওঁঠ পেলাইলন্ত কাটি ॥
হয় হস্তী সেনা ৰথ কাটিলা বিস্তৰ।
ৰণত নিপুণ ধনঞ্জয় মহাবীৰ ॥ ২৩৮৩০
গদা ভিণ্ডিপাল প্ৰাস পৰশু তোমৰ।
কৰে ধনু ধৰি বীৰে নিদলে বিস্তৰ ॥
যমদণ্ড সম পাণ্ডৱৰ শৰঘাৱে।
পৃথিৱীত পৰি আছে মৃতক স্বভাৱে ॥ ২৩৮৩১
ঘোৰ শৰে কুটি সুমৰয় বাপ মাৱ।
খুড়া পেশা মোমা জেঠা সোদৰ বান্ধৱ ॥
মৰিলো মৰিলো বুলি পৰি পাৰে ডাক।
কেহো পাক ফুৰে যেন কুমাৰৰ চাক ॥২৩৮৩২
কেহো বোলে কোথাত অৰ্জ্জুন দুৰাশয়।
কেহো বোলে এহি গোট হেৰা ধনঞ্জয় ॥
কেহো বোলে হেৰা অৰ্জ্জুনক আছো ধৰি।
এবে মোক শৰ প্ৰহাৰিবা কেন কৰি ॥ ২৩৮৩৩
অৰ্জ্জুনৰ শৰে তযু সেনা আশকত।
ধনঞ্জয়ময় দেখি সকলে জগত ॥
কুৰুসেনা মধ্যে হেন নাহি একো বীৰ।
অৰ্জ্জুনৰ আগে ধনু ধৰি হৈবে থিৰ ॥ ২৩৮৩৪
যেহি যেহি বীৰ অৰ্জ্জুনৰ হোৱে আগ।
তাকে তাকে শৰ হানি ছেদে মহাভাগ ॥
দশোদিশ আকাশ কৰিলা শৰজাল।
উপসন্ন যেন কৌৰৱৰ যমকাল ॥ ২৩৮৩৫
প্ৰভাত কালৰ যেন উদিত ভাস্কৰ।
তেখনে বিনাশে অন্ধকাৰ নিৰন্তৰ ॥
সেহিভাৱে ঘোৰ শৰে বীৰ ধনঞ্জয়।
বীৰগণ পশিলন্ত যমৰ আলয় ॥ ২৩৮৩৬
মধ্যাহ্ন কালত যেন প্ৰচণ্ড দিনপতি।
চাহি থাকিবাৰ কাৰো নভৈল শকতি ॥
অৰ্জ্জুনৰ শৰত যে তযু বীৰ যত।
আছোক যুজিব চাহিবাকো আশকত ॥ ২৩৮৩৭
বিপৰীত দেখি ধনঞ্জয়ৰ কদন।
ৰথ এৰি ভঙ্গ দিলে তযু বীৰগণ ॥
সমৰ কৰিবে মনে নাহিকে উৎসাহ।
পৰিবৰ্ত্তি সন্মুখে ৰহিলা নিজবাহ ॥ ২৩৮৩৮
অৰ্জ্জুনক ভয়ে ৰণভূমি পৰিহৰি।
পলাইলা সকল সেনা খেদা খেদি কৰি ॥
তাল ফাল কৰে কেহো নচলে ঘোটক।
খেদি জানো পাৱে ধনঞ্জয় সংহাৰক ॥ ২৩৮৩৯
হুহাৰ টঙ্কাৰ চাবুকৰ মাৰে বাঁৰি।
অনেক প্ৰকাৰে ঘোঁৰা চলে আগবাঢ়ি ॥
ঘোৰ অঙ্কুশৰ ঘাৱে প্ৰহাৰে আহুত।
ৰণ এৰি হস্তীচয় পলায় দ্ৰুত ॥ ২৩৮৪০

পাচত অৰ্জ্জুনে জানো যেদি পাৱে লাগ।
পলাই বীৰগণ অন্যো অন্যে হোৱে আগ ॥
দেখিলেক ভাগিল হস্তীৰ পটোৱাৰ।
ভঙ্গ দিল দুৰ্ম্মৰ্ষণ তোমাৰ কুমাৰ ॥ ২৩৮৪১
হস্তী সেনাযুথ ভাগি দশোদিশে গৈল।
প্ৰথমতে তোমাৰ পুত্ৰৰ ভঙ্গ ভৈল ॥
অৰ্জ্জুনক সমুখে নধাৰে বীৰগণ।
কুৰুসেনা মধ্যে পশি কৰন্ত কন্দন ॥ ২৩৮৪২
দেখি দুৰ্ম্মৰ্ষণ পলাই গৈল ৰণ ভঙ্গে।
অৰ্জ্জুনক দুঃশাসনে ধাইল মহাখঙ্গে ॥
আগ কৰি বহাইল হস্তীৰ পটোৱাৰ।
অৰ্জ্জুনক বেঢ়িলেক তোমাৰ কুমাৰ ॥ ২৩৮৪৩
ময়মত্ত হস্তীচয় পৰ্ব্বত আকাৰ।
মুণ্ড তুলি তুলি নাদ কৰে ভয়ঙ্কৰ ॥
অৰ্জ্জুনক বেঢ়িলেক মত্ত হস্তীপাল।
পৃথিৱীত পৰি পৰি কৰন্ত আস্ফাল ॥ ২৩৮৪৪
শিৰত অঙ্কুশ ঘাৱ ক্ষেপিলে মাহুতে।
অৰ্জ্জুনক বধিবাক যাই মহাক্ৰুতে ॥
যেন আদিত্যক বেঢ়িলেক মেঘচয়।
হস্তীযূথে বীৰক ঢাকিলে সেহি নয় ॥ ২৩৮৪৫
দেখি ধনঞ্জয়ে নানা শৰ বৰষিলা।
নিৰন্তৰে হস্তীযূথ সবাকো বিন্ধিলা ॥
কতো হস্তীযূথৰ কাটিলা মুণ্ডচয়।
লোহা দাণ্ডি সমে মুণ্ড মাটিত লোটয় ॥ ২৩৮৪৬
মুণ্ড কাটি হস্তীচয় পোলাইলা নেউতি।
কতো হস্তীচয়ৰ পেলাইলা শুণ্ড কাটি ॥
কাৰো চাৰি পাৱ কাটিলন্ত গণ্ডস্থল।
পৰিলা মাতঙ্গ যেন দেখি হিমাচল ॥ ২৩৮৪৭
কতো হস্তীযূথক পীড়িলা হস্তীচয়।
শুণ্ড তুলি ভঙ্গ দিলা পালটি নচায় ॥
মাহুতে প্ৰহাৰে শিৰে অঙ্কুশৰ ঘাৱে।
তথাপি নোলটে হস্তী পাৰে দীৰ্ঘৰাৱে ॥ ২৩৮৪৮
কতো মাহুতৰ শৰে শিৰ বিপাটিল।
অঙ্কুশ সহিতে আসি ভূমিত পৰিল ॥

এহিমতে প্ৰথমতে গজযূথ জিনি।
বীৰ দুঃশাসনক ধাইলেক মহামানী ॥ ২৩৮৪৯
অৰ্জ্জুনৰ শৰঘাৱ পায়া আসাৰিশ।
হস্তীচয় পলাই ভাগি গৈল দশোদিশ ॥
ভয়ঙ্কৰ থুলন্তৰ ৰণে অনিৰ্ব্বাৰ।
খানিকতে ভাগিল হস্তীৰ পটোৱাৰ ॥ ২৩৮৫০
দেখে দুঃশাসনে শূন্য ভৈল ৰণস্থলী।
ৰণভূমি এৰি ভঙ্গ দিলা মহাবলী ॥
অৰ্জ্জুনত ভয়ে লৈলা দ্ৰোণত শৰণ।
দ্ৰোণত শৰণ পশিলেক দুঃশাসন ॥ ২৩৮৫১
দুঃশাসন দলক পীড়িলা ধনঞ্জয়।
সৈন্ধৱ বধক প্ৰতি উৎসাহ হৃদয় ॥
পৰম আটোপে দুঃশাসন ৰণভঙ্গে।
দ্ৰোণৰ দলক প্ৰতি ধাইল মহাখঙ্গে ॥ ২৩৮৫২
দ্ৰোণক সম্বোধি মাধৱৰ অনুমতি।
পৰম গৌৰৱ ভাবে অৰ্জ্জুন বদতি ॥
কিবা পাণ্ডু পিতৃ তুমি কিবা দামোদৰ।
কিম্বা যুধিষ্ঠিৰ কিছু নাহিকে অন্তৰ ॥ ২৩৮৫৩
অশ্বত্থামা পুত্ৰসম মোক মানিয়োক।
সমৰতে পুত্ৰৱতে মোক পালিয়োক ॥
তোমাৰ প্ৰসাদে চলোঁ ব্যূহৰ ভিতৰ।
আমাৰ কুশল বাঞ্ছিয়োক দ্বিজবৰ ॥ ২৩৮৫৪
তোমাৰ প্ৰসাদে গুৰু সাধো মনোৰথ।
প্ৰতিজ্ঞা সাফল কৰি বধো জয়দ্ৰথ ॥
পৰম সাদৰে হেন বুলিলা অৰ্জ্জুনে।
অনন্তৰে হাসি মাতিলন্ত গুৰু দ্ৰোণে ॥ ২৩৮৫৫
সিন্ধু নৃপতিক ৰাখিবাক মন কৰি।
ব্যূহ মুখে আছোঁ ৰণধৰ্ম্ম অনুসৰি ॥
ঘোৰ ৰণে আমাক নিৰ্জিনি এহি ঠাৱে।
জয়দ্ৰথ ৰাজাক জিনিবা কোন ভাৱে ॥ ২৩৮৫৬
মোক জিনি পশিয়োক ব্যূহৰ ভিতৰ।
এহি বুলি দ্ৰোণে প্ৰহাৰিলা বহু শৰ ॥
পথতে অৰ্জ্জুনে তাক শৰে নিবাৰিলা।
গুৰুক সম্মুখে লঘু শৰ প্ৰহাৰিলা ॥ ২৩৮৫৭

নৱ শৰ কৰিলন্ত ধৰ্ম্ম অনুসৰি।
গুৰুত গৌৰৱে নহানন্ত দৃঢ় কৰি ॥
দ্ৰোণে তাক শৰে কৰিলন্ত খান খান।
অৰ্জ্জুনক প্ৰতি প্ৰহাৰিলা বহু বাণ ॥ ২৩৮৫৮
মনে মনে গুণন্ত অৰ্জ্জুন দৃঢ়ভেদী।
শৰ হানি পেলাইবো গুৰুৰ শিৰ ছেদি ॥
তাৰক্ষণে প্ৰহাৰ কৰিলা গুৰু দ্ৰোণে।
অৰ্জ্জুনৰ হাতৰ কাটিলা ধনুৰ্গুণে ॥ ২৩৮৫৯
ৰথক ধ্বজক সাৰথিক মহাক্ৰতে।
অৰ্জ্জুনক তাৰিলন্ত ভৰদ্বাজসুতে ॥
পাচে ধনঞ্জয়ে গাণ্ডীৱত দিলা গুণ।
গুৰুতো বিশেষ শৰ হানিলা অৰ্জ্জুন ॥ ২৩৮৬০
দিশে পাশে আকাশে হানিলা বহু শৰ।
দ্ৰোণৰ কটকে ফুটিলন্ত নিৰন্তৰ ॥
পাণ্ডৱৰ শৰে সবে বিহ্বলিত হুই।
কেহো বীৰ পৃথিবীত থাকিলন্ত শুই ॥ ২৩৮৬১
ৰথ ধ্বজ সেনা হয় হস্তী বহুতৰ।
দ্ৰোণৰ দলৰ বীৰ কাটিলা বিস্তৰ ॥
অৰ্জ্জুনে ধৰিলা দিব্য ধনু আকৰিষি।
পৰে সবে সাৰথি ৰথৰ হন্তে খসি ॥ ২৩৮৬২
যুগান্ত কালৰ যেন আদিত্যৰ কান্তি।
সেহিমতে অৰ্জ্জুনৰ দেখি শৰ পান্তি ॥
হয় ৰথ ধ্বজ গজ পদাতি বিস্তৰ।
যূথে যূথে পৰি ৰণে গৈল যমঘৰ ॥ ২৩৮৬৩
দেখি অৰ্জ্জুনক দ্ৰোণে শৰ প্ৰহাৰিলা।
ৰবিৰ কিৰণ যেন মেঘে আচ্ছাদিলা ॥
বৈৰগণ নিবাৰণ ঘোৰতৰ শৰে।
অৰ্জ্জুনৰ ৰথক ভেদিল গুৰুতৰে ॥ ২৩৮৬৪
গুৰুৰ দাৰুণ চোটে দুখ পাইলা বৰ।
ধৈৰ্য্যক আলম্বি কম্পি কম্পি ভৈলা থিৰ ॥
যেন ভূমিকম্প কম্পিলা মহীধৰ।
গুৰুতৰ চোটে কাম্পিলন্ত ধনুৰ্দ্ধৰ ॥ ২৩৮৬৫
পুনৰপি অৰ্জ্জুনে দাৰুণ সেহি তালে।
দ্ৰোণক সম্মুখে ধৰিষিলা শৰজালে ॥

ভেদিলন্ত দ্ৰোণে পাচে শৰে পাণ্ডৱক।
মাধৱক প্ৰহাৰিলা সত্তৰি শায়ক ॥ ২৩৮৬৬
চতুৰ্দ্দিশ ঢাকি দ্ৰোণে শৰ প্ৰহাৰিলা।
নিমিষেকে অৰ্জ্জুনক অদৃশ্য কৰিলা ॥
প্ৰহাৰন্তে জোৰন্তে দ্ৰোণৰ শৰচয়।
লক্ষিতে নপাৰি যাদবেকে নপাৰয় ॥ ২৩৮৬৭
কৰ্ণমানে ধনু টানি কৰিলা মাণ্ডলি।
নানাবিধ শৰে জলে ধনুকো মাকলি ॥
অনেক প্ৰকাৰে অস্ত্ৰ দ্ৰোণ সেনাপতি।
প্ৰহাৰ কৰন্ত কৃষ্ণ অৰ্জ্জুনক প্ৰতি ॥ ২৩৮৬৮
ধনঞ্জয়ে সহস্ৰে সহস্ৰে শতে শত।
শৰচয়ে প্ৰহাৰ কৰন্ত যথাৰত ॥
গুৰুৰ শিষ্যৰ হেন মিলিল সমৰ।
হেন দেখি মনত গুণন্ত দামোদৰ ॥ ২৩৮৬৯
পাণ্ডৱক সম্বোধি মাতন্ত নাৰায়ণ।
দ্ৰোণে সমে যুদ্ধত নাহিকে প্ৰয়োজন ॥
সম্প্ৰতিক আঙ্ক তুমি এৰিয়ো সমৰ।
সৈন্ধৱক বধিবাক চলিয়ো সত্বৰ ॥ ২৩৮৭০
হিত উপদেশ হেন বুলিলন্ত হৰি।
দ্ৰোণে সমে ধনঞ্জয় যুদ্ধ পৰিহৰি ॥
সেহিক্ষণে প্ৰদক্ষিণ কৰিলা দ্ৰোণক।
ব্যূহ ভেদি চলিলেক ৰিপু সংহাৰক ॥ ২৩৮৭১
দেখি পৰিবৰ্ত্তি দ্ৰোণে দিলা সম্বিধান।
আমাক নিৰ্জ্জিনি তুমি চলা কোন থান ॥
দ্ৰোণ হেন ৰিপু আছোঁ সমৰক মনে।
মোক এৰি বিমুখে চলিলা কোন থানে ॥ ২৩৮৭২
অৰ্জ্জুন বদতি শুনিয়োক গুৰু দ্ৰোণ।
তুমি সমে মোহোৰ বৈৰতা আছে কোন ॥
তোমাৰ চৰণে অভ্যাসিলো শৰ যত।
তুমি বিদ্যা-গুৰু হোৱা মোৰ পিতৃৱত ॥ ২৩৮৭৩
অস্ত্ৰ শস্ত্ৰ অভ্যাস কৰাইলা ভালমতে।
তুমি মহাগুৰু মোৰ শত্ৰু কেনমতে ॥
তোমাক জিনিবে হেন কোন ধনুৰ্দ্ধৰ।
যদি বজ্ৰহাতে ধাই আসে পুৰন্দৰ ॥ ২৩৮৭৪

এহি বুলি পাণ্ডৱে দ্ৰোণক পাচ কৰি।
ব্যূহ ভেদি চলিলা পৰম বেগ ধৰি ॥
যুধামন্যু উত্তমৌজা পাঞ্চালকুমাৰ।
ৰথ ৰক্ষা কৰন্ত দুইহস্তে অৰ্জ্জুনৰ ॥ ২৩৮৭৫
সৈন্ধৱক অনুসৰি অৰ্জ্জুনক সঙ্গে।
ব্যূহ ভেদি দুয়ো বীৰ গৈলা মন ৰঙ্গে ॥
কৃতবৰ্ম্মা শ্ৰুতায়ুধ সুদৰ্শন জয়।
চাৰি মহা ধনুৰ্দ্ধৰ ৰণত নিৰ্ভয় ॥ ২৩৮৭৬
চাৰি মিলি অৰ্জ্জুনৰ পথ নিৰোধিলা।
দ্ৰোণে সমদলে অৰ্জ্জুনক ৰণ দিলা ॥
অনেক দেশৰ আসিয়াছে ৰাজাগণ।
দ্ৰোণৰ লগত পাণ্ডৱক দিলা ৰণ ॥ ২৩৮৭৭
দক্ষিণ উত্তৰ পূৰ্ব পশ্চিম দুৱাৰ।
নানাবিধ সেনা ৰাখিয়াছে নিৰন্তৰ ॥
সবে এক হুয়া ধনঞ্জয়ক ভেদিলা।
যেন মহাব্যাধিক ঔষধে নিবাৰিলা ॥ ২৩৮৭৮
কুৰুবীৰগণে সমে বীৰ অৰ্জ্জুনৰ।
মিলিল তুমুল যুদ্ধ মহা ভয়ঙ্কৰ ॥
নিজ বল প্ৰতাপত সবাকে নিবাৰি।
ব্যূহ ভেদি চলে ধনঞ্জয় দেৱহৰি ॥ ২৩৮৭৯
প্ৰচণ্ড আদিত্য যেনমতে গ্ৰীষ্মকালে।
মহাতাপ কৰে খৰতৰ ৰশ্মিজালে ॥
সেহিভাৱে কৰি ঘোৰতৰ শৰচয়।
নিখিল বীৰক পীড়িলেক ধনঞ্জয় ॥ ২৩৮৮০
বিশাল তীখাল ভাল অৰ্জ্জুনৰ শৰ।
শৰীৰত পৰি ক্ৰীড়া কৰে কৌৰৱৰ ॥
ব্যাধি যেন বাঢ়ি আসি পীড়ে শৰীৰক।
সেহি ভাৱে পীড়ে সেনা অৰ্জ্জুন সায়ক ॥২৩৭৮১
বায়ুতো অধিক খৰতৰ মহা বেগে।
ব্যূহ ভেদি অৰ্জ্জুন পশিল সেহি ছেগে ॥
দেখি সেনাপতি ক্ষণিতেক নাপেক্ষিল।
শীঘ্ৰে আগবাঢ়ি অৰ্জ্জুনক ৰণ দিল ॥ ২৩৮৮২
হানিলা পঞ্চিশ শৰ প্ৰথমতে দ্ৰোণে।
ভল্ল হানি তাক উদ্ধাৰাইলেক অৰ্জ্জুনে ॥

শৰ হন্ত দেখি কিটাইলেক সেনাপতি।
ধৰিলেক ব্ৰহ্মঅস্ত্ৰ পাণ্ডৱক প্ৰতি ॥ ২৩৮৮৩
মোহোৰ শৰক বাৰে বাৰে কৰে নাশ।
এহি বুলি ব্ৰহ্মাস্ত্ৰক কৰিলা প্ৰকাশ ॥
হেন দেখি অৰ্জ্জুনে ধৰিলা ব্ৰহ্মশৰ।
ব্ৰহ্মাস্ত্ৰক ব্ৰহ্মঅস্ত্ৰে ছেদিলা দ্ৰোণৰ ॥ ২৩৮৮৪
পুনৰপি দ্ৰোণে শৰ হানিল পঞ্চিশ।
অৰ্জ্জুনক সেনাপতি হানি আসৰিশ ॥
মাধৱক প্ৰতি শৰ হানিলা সত্তৰি।
দুইহান্তকে পীড়িলন্ত খৰতৰ কৰি ॥ ২৩৮৮৫
অৰ্জ্জুনে অনেক শৰে দ্ৰোণক নিবাৰি।
কৃতবৰ্ম্মা বীৰৰ দলক দিলা ধাৰি ॥
দেখি কৃতবৰ্ম্মা অৰ্জ্জুনক আগবাঢ়ি।
হানিলা টোনৰ ঘোৰ দশ শৰ কাঢ়ি ॥ ২৩৮৮৬
পাচে তিনি শৰ প্ৰহাৰিলা ধনঞ্জয়।
শৰে ভেদিলেক কৃতবৰ্ম্মাৰ হৃদয় ॥
কিটাই গৈল কৃতবৰ্ম্মা শৰঘাৱ পাই।
চোখাল পঞ্চিশ শৰ হানিলা দুনাই ॥ ২৩৮৮৭
কৃষ্ণকো পঞ্চিশ শৰে ভেদি পুনৰপি।
অৰ্জ্জুনকো দুনাই ভেদিলন্ত শৰ খেপি ॥
ধনঞ্জয়ে ধনুত জুড়িলা তিনি বাণ।
বীৰ কৃতবৰ্ম্মাৰ ছেদিলা ধনু খান ॥ ২৩৮৮৮
ৰাজাকো ভেদিলা পৰে ত্ৰিশ ত্ৰিশ শৰে।
পাচে কৃতবৰ্ম্মা আন ধনু লৈলা কৰে ॥
পাঞ্চ পাঞ্চ শৰে কৃতবৰ্ম্মা নিৰন্তৰে।
হৃদয় ভেদিলা টানে কৃষ্ণ অৰ্জ্জুনৰে ॥ ২৩৮৮৯
ধনঞ্জয়ো পাঞ্চ শৰে ৰাজাক ভেদিলা।
দেখি পাচে অৰ্জ্জুনক কৃষ্ণে সম্বোধিলা ॥
কোন গুণে সখি কৰি আছা আল জাল।
কৃতবৰ্ম্মা নৃপতিক ভেদিয়ো সকাল ॥ ২৩৮৯০
ভোজ নৃপতিক সখি দায়া পৰিহৰি।
বিলম্ব নকৰি বধিয়োক শীঘ্ৰ কৰি ॥
মাধৱৰ বাণী শুনি বীৰ ধনঞ্জয়।
নিৰন্তৰ কৰি প্ৰহাৰিলা শৰচয় ॥ ২৩৮৯১

হৃদয় ললাট বাহু দুতয় ভেদিল ।
অচেতনে কৃতবর্ম্মা ৰথত পৰিল ॥
অচেতন দেখি দায়া অর্জ্জুনে কৰিলা ।
কৃতবর্ম্মা ৰাজা সেহি গুণে নমৰিলা ॥ ২৩৮৯২
পশিলা অর্জ্জুন পাচে কাম্বোজ দলত ।
কুম্ভীৰ পশিলা যেন সাগৰ জলত ॥
চেতন লভিয়া অনন্তৰে কৃতবর্ম্মা ।
ক্রোধে বিমূর্চ্ছিত ভৈলা নিদাৰুণ কর্ম্মা ॥ ২৩৮৯৩
দ্রুপদকুমাৰ যুধামন্যু উত্তমৌজা ।
অর্জ্জুনৰ ৰথ ৰক্ষা দুয়ো মহাতেজা ॥
দুহান্তকো কৃতবর্ম্মা নিবাৰি পথত ।
কোপ মনে শৰ প্ৰহাৰিলা সমৰত ॥ ২৩৮৯৪
দ্রুপদকুমাৰ দুই ভোজ নৃপবৰ ।
মিলিল সমৰ পাচে ত্ৰিতয় বীৰৰ ॥
অন্যো অন্যে শৰ বৰষিলা অসংখ্যাত ।
ব্যূহ ভেদি অর্জ্জুন পশিলা সিবেলাত ॥ ২৩৮৯৫
ভোজে বাৰিলেক দুয়ো পাঞ্চালকুমাৰ ।
অর্জ্জুনৰ সঙ্গে পাচে নপাইলা যাইবাৰ ॥
যাইবাক নপাইলা কৃতবর্ম্মাৰ অন্তৰে ।
সেনা মধ্যে পশিলা অর্জ্জুন একেশ্বৰে ॥ ২৩৮৯৬
অনন্তৰে মহা পৰাক্ৰমী শ্রুতায়ুধ ।
অর্জ্জুনক আগবাঢ়ি বীৰে দিলে যুদ্ধ ॥
প্ৰহাৰিল শ্রুতায়ুধ মহাধনু ধৰি ।
অর্জ্জুনক ত্ৰিশ শৰ কৃষ্ণক সত্তৰি ॥ ২৩৮৯৭
বাণৰ ধ্বজক ধনঞ্জয়ৰ ৰথৰ ।
খুৰে হানি বীৰে ভেদিলেক নিৰন্তৰ ॥
পাচে নৱ শৰে ধনঞ্জয় মহাবীৰ ।
হৃদয় ভেদিলা শ্রুতায়ুধ নৃপতিৰ ॥ ২৩৮৯৮
অর্জ্জুনক শ্রুতায়ুধে দৃঢ়তৰ কৰি ।
ভেদিলেক শৰে আঠ অধিক সত্তৰি ॥
কোপে কম্পমান ভৈল পাণ্ডৱৰ তনু ।
শ্রুতায়ুধ ৰাজাৰ কাটিলা ঘোৰ ধনু ॥ ২৩৮৯৯
সাত শৰে নৃপতিৰ ভেদিলা হৃদয় ।
সমৰে নিপুণ ধনঞ্জয় মহাশয় ॥

আন ধনু ধৰি শ্রুতায়ুধে ঘোৰ বাণে ।
বাহু দুই হৃদয় ভেদিলা বৰ টানে ॥ ২৩৯০০
শৰচোটে প্ৰকোপিত ভৈলা ধনঞ্জয় ।
সহস্রে সহস্রে বৰিষিলা শৰচয় ॥
সাৰথি ৰথক বধিলন্ত পাণ্ডুসুত ।
ৰাজাক সত্তৰি শৰে পীড়িলা বহুত ॥ ২৩৯০১
ৰথ ভঙ্গে ডেৱ দিয়া পৰিলা মহীত ।
তুলিয়া ধৰিলা মহা গদা বিপৰীত ॥
পাণ্ডৱক ধাইলা বীৰে গদা ধৰি কৰে ।
যেন দানৱক ৰণে ধাইল বজ্ৰধৰে ॥ ২৩৯০২
যেন অধিপতি দেৱ বৰুণৰ সমে ।
পূর্ব্বত পূর্ণামা নামে নদীৰ সঙ্গমে ॥
বৰুণৰ বলবীৰ্য্য বুদ্ধিত প্ৰবুদ্ধ ।
পূর্ণামাৰ গর্ভে উতপতি শ্রুতায়ুধ ॥ ২৩৯০৩
পূর্ণামা বদতি প্ৰভু শুনিয়ো বৰুণ ।
তোমাৰ আমাৰ সঙ্গমত হৌক গুণ ॥
মোৰ গর্ভে ভৈল যেৱে তোমাৰ সন্তান ।
অজৰ অমৰ হৌক দিয়া বৰ দান ॥ ২৩৯০৪
বৰুণ বদতি নাৰী শুনা প্ৰাণেশ্বৰী ।
অজৰ অমৰ বৰ দিবাক নপাৰি ॥
উপজিলে মনুষ্যৰ লাগে মৰিবাক ।
শুনা বৰনাৰী কিন্তু মোৰ বচনক ॥ ২৩৯০৫
মহা ভয়ঙ্কৰ মোৰ আছে গদাগোট ।
স্বৰ্গ মৰ্ত্ত্য পাতালে নসহে যাৰ চোট ॥
এহি ঘোৰ গদা দিলোঁ তোমাৰ পুত্ৰক ।
আক ধৰি জিনন্তোক অনেক লোকক ॥২৩৯০৬
এহি বুলি পুত্ৰৰ হাতত গদা দিলা ।
পুনৰপি বৰুণে পুত্ৰক সম্বোধিলা ॥
যেহি বীৰে নকৰে তোমাক বাঢ়ি যুদ্ধ ।
তাক লাগি গদা নাহি নিবা শ্রুতায়ুধ ॥ ২৩৯০৭
যুযুজন্তে কৰা যদি গদাৰ প্ৰহাৰ ।
পালটিয়া শৰীৰত পৰে আপোনাৰ ॥
তাহাৰ প্ৰহাৰে হৈবা আপুনি নির্য্যাণ ।
এহি বুলি বৰুণ হৈলন্ত অন্তৰ্দ্ধান ॥ ২৩৯০৮

বৰুণৰ বৰ দানে পাইলা ঘোৰ গদা।
তাক ধৰি অৰ্জ্জুনক বীৰে ধাইল তদা॥
কালবশে বৰুণৰ বাক্য পাশৰিলা।
মাধৱৰ শৰীৰত গদা প্ৰহাৰিলা॥ ২৩৯০৯
পৰিল দাৰুণ গদা কৃষ্ণৰ গাৱত।
বজ্ৰৰ আঘাত যেন মহা পৰ্ব্বতত॥
দেৱ নাৰায়ণে গুৰুতৰ চোট সহি।
বিন্ধ্য গিৰিবৰ যেন থাকিলন্ত ৰহি॥ ২৩৯১০
সুযুজন্তে মাধৱক প্ৰহাৰিলা বীৰ।
পালটি পৰিল শ্ৰুতায়ুধৰ শৰীৰ॥
দাৰুণ গদাৰ কোব পাইলেক প্ৰচুৰ।
প্ৰাণ এৰি শ্ৰুতায়ুধ গৈল যমপুৰ॥ ২৩৯১১
আপোন গদায়ে শ্ৰুতায়ুধ ভৈলা হত।
হাহাকাৰ উঠি গৈল কৌৰৱ দলত॥
সবে ৰাজাগণে চাহি আছে অদভুত।
ভূমিত পৰিল ৰাজা বৰুণৰ সুত॥ ২৩৯১২
যেন বায়ু আন্দোলে ভাঙ্গিলা তৰুবৰ।
নিজ গদা প্ৰহাৰে পৰিল ধনুৰ্দ্ধৰ॥
দেখি কুৰুদলত লাগিল উসমিস।
অৰ্জ্জুনক ভয়ে পলাই গৈল দশোদিশ॥ ২৩৯১৩
তাত পাচে কাম্বোজ ৰাজাৰ প্ৰিয়সুত।
সুদক্ষিণ নামে ৰণে বিক্ৰমে বহুত॥
অৰ্জ্জুনক ধাইল সমৰক কৰি মন।
তাকো আগবাঢ়ি ধনঞ্জয়ে দিলা ৰণ॥ ২৩৯১৪
প্ৰথমতে সাত শৰে ভেদিলা অৰ্জ্জুনে।
সুদক্ষিণ বীৰক তাৰিলা নিদাৰুণে॥
সুদক্ষিণে দশ শৰে ভেদি পাণ্ডৱক।
তিনি শৰে কৃষ্ণৰ হৃদয়ে ভেদিলেক॥ ২৩৯১৫
তীখাল চোখাল ঘোৰ পাঞ্চশৰ ক্ষেপি।
অৰ্জ্জুনক বীৰে ভেদিলেক পুনৰপি॥
দুনাই ভেদিলে ঘোৰতৰ তিনি শৰে।
শঙ্খ শিঙ্গানাদ কৰিলেক নিৰন্তৰে॥ ২৩৯১৬
পাণ্ডুৰ নন্দনে তাক কৰিলা সন্ধান।
ভল্ল হানি হাতৰ কাটিলা ধনুখান॥
আৰো এক ভল্ল হানি ধ্বজক ছেদিল।
এক ভল্লে হৃদয়ত বীৰৰো ভেদিল॥ ২৩৯১৭
পাচে প্ৰকোপিত ভৈল অৰ্জ্জুনক প্ৰতি।
প্ৰহাৰিল সুদক্ষিণে দাৰুণ শকতি॥
ঘণ্টাৰ শবদে তাৰ ৰুণজুন শুনি।
চলিল শকতি যেন জ্বলিল অগনি॥ ২৩৯১৮
অৰ্জ্জুনৰ শৰীৰত পৰি সেহি ছেগে।
পৃথিৱীত শকতি পৰিল মহাবেগে॥
প্ৰকোপিত ভৈলা পাচে পাণ্ডুৰ কুমাৰ।
পাচে ভয়ঙ্কৰ ধৰিলন্ত দশ শৰ॥ ২৩৯১৯
ৰথ সাৰথিক প্ৰথমতে কৰি চুৰ।
সুদক্ষিণ বীৰক পেসিলা যমপুৰ॥
অৰ্জ্জুনক শৰ ঘাৱে ৰাজাৰ তনয়।
নানা অলঙ্কাৰে পৰি শৰীৰ শোভয়॥ ২৩৯২০
কাম্বোজ ৰাজাৰ পুত্ৰ বীৰ সুদক্ষিণ।
মহা পৰাক্ৰমী একো গুণে নহে হীন॥
পৃথিৱীত পৰি আছে হেন মহাবীৰ।
ভাঙ্গিলা শিখৰ যেন হেমন্ত গিৰিৰ॥ ২৩৯২১
সন্মুখ সমৰে ধনঞ্জয়ৰ হাতত।
বীৰ সুদক্ষিণ যেৱে ৰণে ভৈলা হত॥
যম সম পৰাক্ৰম দেখি অৰ্জ্জুনৰ।
দেখি ভঙ্গ দিলা পাচে কটক তোমাৰ॥ ২৩৯২২
পলাই কৌৰৱগণ ৰণ পৰাভৱে।
খেদি খেদি শিৰ ছেদে দাৰুণ পাণ্ডৱে॥
দেখি অৰ্জ্জুনক ঘান্তে বৰিষিলা শৰ।
অস্যুতায়ু শ্ৰুতায়ুধ দুই ধনুৰ্দ্ধৰ॥ ২৩৯২৩
দুয়ো মহা পৰাক্ৰমী ধনুত সুজান।
অৰ্জ্জুনক ঢাকি বৰিষিলা বহুবাণ॥
অৰ্জ্জুনক বধ মনে দুই ধনুৰ্দ্ধৰ।
অযুতে নিযুতে বৰিষিলা মহাশৰ॥ ২৩৯২৪
যেন ভাৱে বাৰিষা কাজল মেঘে ধাৰে।
জলবৃষ্টি কৰি পূৰ্ণ কৰে সৰোবৰে॥
সেহিমতে প্ৰথমতে দুয়ো মহাবীৰে।
বৰষিল শৰ ধনঞ্জয়ৰ শৰীৰে॥ ২৩৯২৫

পাচে শ্ৰুতায়ুধ বীৰ ৰণে অনিৰ্ব্বাৰ।
অৰ্জ্জুনক কৰিলেক তোমৰ প্ৰহাৰ ॥
দাৰুণ তোমৰ পাট ক্ষুৰতৰ ধাৰ।
বৰ চোটে ফুটি গৈল পাণ্ডুৰ কুমাৰ ॥ ২৩৯২৬
চোখাল তোমৰে ফুটি পাণ্ডুৰ নন্দন।
মহাদুখ পাইল বীৰে নলৰে চেতন ॥
নাহিকে চেতন জ্ঞান মৰণ সংশয়।
দেখি মাধৱৰ ভৈলা মনত বিস্ময় ॥ ২৩৯২৭
অস্যুতায়ু বীৰে শূল ধৰি তাৱক্ষণে।
অৰ্জ্জুনক প্ৰহাৰ কৰন্ত বৰ মনে ॥
শৰঘাৱে অচেতনে আছন্ত অৰ্জ্জুন।
দুনাই প্ৰহাৰ কৰিলন্ত নিকৰুণ ॥ ২৩৯২৮
কুৰুদলে সিংহনাদ কৰি আসৰিশ।
দশোদিশে ভৈল বোল প্ৰজাৰ হৰিষ ॥
বাদ্য ভেণ্ড শঙ্খ নাদ কৌৰৱ দলত।
বীৰ ধনঞ্জয় সম্বত ভৈলা হত ॥ ২৩৯২৯
শৰঘাৱে বীৰ পৰিয়াছে অচেতনে।
মধুৰ বচনে আশ্বাসন্ত নাৰায়ণে ॥
উঠা উঠা প্ৰাণসখি লভিয়ো চেতন।
শৰবৃষ্টি কৰি মাৰিয়োক বীৰগণ ॥ ২৩৯৩০
প্ৰতিজ্ঞা সাফল সখি কৰিয়ো সত্বৰে।
সৈন্ধৱ ৰাজাক বধিয়োক ঘোৰ শৰে ॥
অস্যুতায়ু শ্ৰুতায়ুধ বীৰ লঘুতৰ।
লাঘৱ সন্ধান সখি কৰিয়ো সত্বৰ ॥ ২৩৯৩১
হেন বুলি আশ্বাসন্ত কৃষ্ণ কৃপাময়।
ধীৰে ধীৰে চেতন লভিলা ধনঞ্জয় ॥
কতোক্ষণে ধনঞ্জয় ভৈল সুস্থ মন।
যমপুৰ হন্তে পুনৰপি আগমন ॥ ২৩৯৩২
তাৱক্ষণে পুনৰপি দুয়ো ধৰ্নুৰ্দ্ধৰে।
অৰ্জ্জুনকো কৃষ্ণকো তাৰিলা ঘোৰ শৰে ॥
লজ্জিত ভৈলেক বীৰ পায়া অপমান।
মহাকোপে ধনঞ্জয় ভৈলা কম্পমান ॥ ২৩৯৩৩
বৰ আড়ম্বৰে বীৰে গাণ্ডীৱ ধৰিল।
দাৰুণ ইন্দ্ৰৰ অস্ত্ৰ গুণত জুৰিল ॥
ঘোৰ দেৱ অস্ত্ৰক প্ৰহাৰি ধনঞ্জয়।
দুয়ো ধনুৰ্দ্ধৰক পেশিলা যমালয় ॥ ২৩৯৩৪
মহা দুই তৰু খৰতৰ বেগ লাগি।
পৃথিৱীত পৰিল সমূলে যেন ভাগি ॥
সেহিভাৱে বীৰৰ দাৰুণ শৰঘাৱে।
ধৰণীত পৰি গৈল দুয়ো সেহিভাৱে ॥ ২৩৯৩৫
পিতৃবধ দেখি কোপে কম্পিত শৰীৰ।
ধাইলে দিকজায়ু নিয়ুতায়ো দুয়ো বীৰ ॥
দুইহস্তৰ দুই বীৰ ৰণে অনিৰ্ব্বাৰ।
পাণ্ডৱক দেখি বৰষিলা শৰ ধাৰ ॥ ২৩৯৩৬
তাৱক্ষণে ধনঞ্জয়ে দাৰুণ সায়কে।
দুয়ো ধনুৰ্দ্ধৰক বধিলা মুহূৰ্ত্তেকে ॥
পাচে যুৱৰাজে গজযূথ আগ কৰি।
দিলা পটোৱাৰ ধনঞ্জয়ক আৱৰি ॥ ২৩৯৩৭
কলিঙ্গ নৃপতি আদি যত আছে ৰাজা।
ধৰি ধৰি গজ বাজী নিজ ৰথ প্ৰজা ॥
ৰথত চৰিল যেন জীৱন নৈৰাশি।
ম্লেচ্ছৰাজা যত আছে পৰ্ব্বত নিবাসী ॥ ২৩৯৩৮
পশ্চিম পূবৰ উত্তৰৰ দক্ষিণৰ।
অনেক দেশৰ আসিয়াছে নৃপবৰ ॥
তুৰক প্ৰমুখে অকুলীন ৰাজাগণ।
কতো ম্লেচ্ছ গৰুৰ যোনিতে উতপন ॥ ২৩৯৩৯
সবে মিলি পাণ্ডৱক ধাইল এককালে।
দুৰ্য্যোধন ৰাজাৰ আদেশে প্ৰতিপালে ॥
ধনঞ্জয় দেখি ধনু ধৰিলা গাণ্ডীৱ।
যেন অজগৰ ধৰিলন্ত সদাশিৱ ॥ ২৩৯৪০
দশোদিশে শৰ বৰিষিলন্ত পাণ্ডৱ।
ভাৱে ভাৱে সবাকো কৰিলা পৰাভৱ ॥
কাৰো শিৰ কাটিলন্ত কাৰো বাহু দুই।
ভূমিত পৰিল সবে খণ্ড খণ্ড হুই ॥ ২৩৯৪১
মহা অলঙ্কাৰে অলঙ্কৃত বাহুচয়।
বিমবিবি মালা হেম মুকুত শোভয় ॥
কাৰো কটি কাটি জঙ্ঘা পেলাইলা শৰীৰ।
শৰঘাৱে মৰি মৰি গৈল মহাবীৰ ॥ ২৩৯৪২

কতো বীৰগণে পাণ্ডৱৰ শৰে ফুটি।
পৃথিবীত পৰিয়া পাৰয় লোটা-লুটি ॥
চক মক দেখি কতো থাকি গৈল পৰি।
পৃথিবীত পৰি পৰি কৰে জৰা-জৰি ॥ ২৩৯৪৩
সুবৰ্ণ মুকুত মণি সুবৰ্ণ মণ্ডল।
সুবৰ্ণৰ টুপী কতো দেখিতে উজ্বল ॥
পৃথিবীত পৰি আছে বীৰ-শিৰচয়।
তাৰাগণ কান্তি যেন গগনে শোভয় ॥ ২৩৯৪৪
জোটা জোট পিঙ্গট বিকট দৰশন।
কাৰো মাথে কেশ নাই দেখি অশোভন ॥
কাৰো কেশ তাৰ নাই অৰ্দ্ধেক মুণ্ডৰ।
ওলমি ওলমি আছে কাহাৰো জাপৰ ॥ ২৩৯৪৫
নাহি স্নান পান সৰ্ব্বকালেয়ো সংযম।
বিবেক ৰহিত অৰণ্যৰ পশু সম ॥
বাহুত কামোৰ মাৰে সঘনে টকালি।
নিজ দেশ ভাষে অৰ্জ্জুনক পাৰে গালি ॥ ২৩৯৪৬
মৃতকৰ মাংস কৰে তথাত আহাৰ।
মহা ধনুৰ্দ্ধৰ সবে ৰণে অনিৰ্ব্বাৰ ॥
হেনয় অনেক ম্লেচ্ছ দেখিতে বিকৃত।
কাটি কাটি ধনঞ্জয়ে পেলাৰে মাটিত ॥ ২৩৯৪৭
গজস্কন্ধে যুদ্ধ কৰে কতো ম্লেচ্ছগণে।
তাহাক ছেদিল ৰণে পাণ্ডুৰ নন্দনে ॥
মাৰিলন্ত নিশেষে সাৰথি ৰথী ৰথ।
ক্ষণিতেকে সম্পূৰ্ণ কৰিলা যম-পথ ॥ ২৩৯৪৮
দুৰহন্তে অৰ্জ্জুনে ক্ষেপন্ত শৰসঙ্গ।
আকাশ মণ্ডলে যেন উড়াৱে পতঙ্গ ॥
কাহাৰ শকতি তাক কৰিবে গণন।
বধিলন্ত যত ৰাজা ৰাজপুত্ৰগণ ॥ ২৩৯৪৯
ভেদিলন্ত মহাগজ মহাস্থূল কায়।
ধাৰাসাৰে প্ৰহাৰে শোণিত বহি যায় ॥
যেন মহা পৰ্ব্বতৰ বহে গেৰুধাৰ।
শৰীৰ ঢাকিয়া তেজ বহে ধাৰাসাৰ ॥ ২৩৯৫০
দশোদিশে দেখি অৰ্জ্জুনৰ শৰময়।
শৰে অন্ধকাৰ ভৈল দেখন্তে বিস্ময় ॥
কুৰু পাণ্ডু সেনাগণে আছয় নিৰেখি।
দশোদিশ ঢাকি অৰ্জ্জুনৰ শৰ দেখি ॥ ২৩৯৫১
শ্ৰাৱণ মাসত যেন মহা মেঘচয়।
খাল বাম সম কৰি জল বৰিষয় ॥
সেহিমতে ধনঞ্জয়ে দিব্যশৰ হানি।
প্ৰজাৰ কধিৰে বীৰে ভৰাইল ধৰণী ॥ ২৩৯৫২
কুৰুদল মধ্যে পশি কৰন্ত কদন।
হেন নাহি বীৰ আগবাঢ়ি দিবে ৰণ ॥
পাচে শোণিতৰ নদী এক বাঢ়িছয়।
খৰবেগে বহয়ে দেখিন্তে লাগে ভয় ॥ ২৩৯৫৩
হস্তী হয় সেনা নিদলিয়া সমুদায়।
প্ৰজাৰ কধিৰে এক নদী বহি যায় ॥
অৰ্জ্জুনৰ শৰঘাৱে শৰীৰ বিকল।
পাচে ৰণ এৰি ভঙ্গ দিলা কুৰুবল ॥ ২৩৯৫৪
পলাই কৌৰৱ শূন্য ভৈল ৰণস্থলী।
সৈন্ধৱক প্ৰতি ধনঞ্জয় যায় চলি ॥
কৌৰৱ দলত একো নাই প্ৰতিৰোধ।
বায়ুতো অধিক বেগে চলে মহাক্ৰোধ ॥ ২৩৯৫৫
হেন মহাভঙ্গ দেখি কুৰু নৃপতিৰ।
শোকে অপমানে ক্ৰোধে নসহে শৰীৰ ॥
মহাবেগে গৈল বীৰ দ্ৰোণৰ সমীপ।
দ্ৰোণক সম্মুখে মাতে দুৰ্য্যোধন নৃপ ॥ ২৩৯৫৬
ব্যূহ ভেদি গৈল ধনঞ্জয় মহাবীৰ।
প্ৰলয় মিলিল জয়দ্ৰথ নৃপতিৰ ॥
এবে সেনাপতি কোন চিন্তিয়ো উপায়।
সৈন্ধৱ নৃপতি কেনমতে ৰক্ষা যায় ॥ ২৩৯৫৭
তুমি গুৰু দ্ৰোণ মোৰ অনাথৰ গতি।
সঙ্কটত হন্তে ৰক্ষা কৰা সেনাপতি ॥
জয়দ্ৰথ ৰাজাৰ ৰাখিয়ো ৰণে প্ৰাণ।
তুমি বিনে আমাৰ সহায় নাহি আন ॥ ২৩৯৫৮
সৈন্ধৱক ৰক্ষা কৰে মহাবীৰচয়।
সবাৰে মনত হেন আছিল নিৰ্ভয় ॥
পূবৰ আদিত্য যদি পশ্চিমে উদয়।
তথাপি দ্ৰোণক নিজিনিবে ধনঞ্জয় ॥ ২৩৯৫৯

যদি হেন পাণ্ডৱ ৰণত অনিৰ্ব্বাৰ।
ব্যূহ ভেদি পশিল তোমাক মাজ্যকাৰ ॥
দেখি সবে নৃপতিৰ মনত বিস্ময়।
এবেসে মিলিল সিন্ধু ৰাজ্যৰ প্ৰলয় ॥ ২৩৯৬০
বুজিয়াছো তোমৰাসকলে হুই মায়া।
পুত্ৰতো অধিক অৰ্জ্জুনক বৰ দায়া ॥
সৰ্ব্বকালে জানো গুৰু তোমাৰ চৰিত্ৰ।
কৌৰৱৰ খায়া পাণ্ডৱৰ গোৱা গীত ॥ ২৩৯৬১
পৰম গৌৰৱে অন্নে পানে আচ্ছাদনে।
সেৱা কৰোঁ অহৰ্নিশি তোমাৰ চৰণে ॥
তথাপি তোমাৰ মন নভৈলেক ভাল।
পাণ্ডৱৰ হিতকাৰ্য্য চিন্তা সৰ্ব্বকাল ॥ ২৩৯৬২
সৈন্ধৱক কালি ৰক্ষা কৰিবো ৰণত।
হেন অঙ্গীকাৰ যদি নকৰা পূৰ্ব্বত ॥
তেৱে অৰ্জ্জুনৰ ক্ৰোধ জানি সৈন্ধৱক।
নিজ দেশে যাইবাক বাধিলা কিসক ॥ ২৩৯৬৩
যিবেলাত জয়দ্ৰথে মাগিল মেলানি।
সিবেলাত অনেক বুলিলা দৃঢ়বাণী ॥
নিজ অঙ্গীকাৰ সাফলিয়া কৰা বোধ।
মোৰ বচনত গুৰু নকৰিবা ক্ৰোধ ॥ ২৩৯৬৪
গুৰু দ্ৰোণ বদতি শুনিয়ো দুৰ্য্যোধন।
নাহি ক্ৰোধ শুনি মোৰ তোমাৰ বচন ॥
যুদ্ধত স্বৰূপ কথা শুনা সাৱধানে।
কৃষ্ণ সম সাৰথি নাহিক একোথানে ॥ ২৩৯৬৫
মহাবেগ সঞ্চাৰে পৱনো নোহে জোৰা।
পৱনতো অধিক ৰথৰ চাৰি ঘোঁৰা ॥
সেনা মাৰি বীৰে অন্য যোগ কৰি পথ।
সেহি বাটে চলে ধনঞ্জয় মহাৰথ ॥ ২৩৯৬৬
বিদ্যুত সঞ্চাৰে সঞ্চৰয় মহাভাগ।
কাহাৰ শকতি তাক খেদি পাইবে লাগ ॥
আগক সম্মুখে ধনঞ্জয়ে হানে বাণ।
তাৰ আগ হুয়া দ্ৰুতে চলে ৰথখান ॥ ২৩৯৬৭
অনন্তৰে দণ্ড দুই পথৰ অন্তৰ।
ৰথৰ পাচত পৰে অৰ্জ্জুনৰ শৰ ॥
আগৰ ক্ষেপিলে শৰ পৰে পাচ হুই।
হেনমতে চলে কৃষ্ণ ধনঞ্জয় দুই ॥ ২৩৯৬৮
প্ৰহাৰন্তে বীৰ চলে প্ৰহৰ অন্তৰ।
কেনমতে গৈয়া লাগ পাইবেক তাহাৰ ॥
হেন ৰথ বেগ নতু দেখি নতু শুনি।
দুৰ্য্যোধন নৃপতি আপুনি চাহা গুণি ॥ ২৩৯৬৯
তৰুণ শৰীৰ নোহো বৃদ্ধ বুলি মোক।
তাৰ সম মোৰ ৰথ বেগ কেন হোক ॥
লাগ পাইলে কৰিবাক পাৰো পৰাক্ৰম।
নোহো ৰথ বেগে মই ধনঞ্জয় সম ॥ ২৩৯৭০
সেহি হেতু অৰ্জ্জুনক নকৰিলোঁ ৰণ।
কহিলো সকলে কথা ৰাজা দুৰ্য্যোধন ॥
কিন্তু যুধিষ্ঠিৰ আছে মোহোৰ হাতত।
সম্প্ৰতি অৰ্জ্জুন তাৰ নাহিকে লগত ॥ ২৩৯৭১
ইবেলাত নৃপতিক দাৰুণ শৰ কৰি।
ৰাজা যুধিষ্ঠিৰক জীৱন্তে আনোঁ ধৰি ॥
ৰণ পৰাক্ৰমত যে বলেসে প্ৰধান।
তুমি ধনঞ্জয়ৰ সমান দুৰ্য্যোধন ॥ ২৩৯৭২
মহাবেগে নৃপতি আপুনি যাই ধাই।
ধনঞ্জয় সমে যুদ্ধ কৰিয়ো আটাই ॥
পুনৰপি দ্ৰোণত বদতি কুৰুপতি।
অৰ্জ্জুনক যুদ্ধ দিব কাহাৰ শকতি ॥ ২৩৯৭৩
যাৰ শৰ প্ৰহাৰে তুমিয়ো দিলা ভঙ্গ।
কেনমতে সহিবো তাহাৰ শৰসঙ্গ ॥
সুদক্ষিণ নৃপতি শ্ৰুতায়ু অশ্ৰুতায়ু।
মহাবীৰ দীৰ্ঘায়ু দাৰুণ নিযুতায়ু ॥ ২৩৯৭৪
সবাকো অৰ্জ্জুনে ৰণে কৰিলা বিঘাত।
আনো ম্লেচ্ছগণক মাৰিলা অসংখ্যাত ॥
কৃতবৰ্ম্মা বীৰক কৰিলা মূৰ্চ্ছাগত।
শ্ৰুতায়ুধ নৃপতিয়ো ৰণে ভৈলা হত ॥ ২৩৯৭৫
হেন কি দাৰুণ শকতিক পাই যাই।
মোৰ বলে ৰণক সম্মুখে যাইবো ধাই ॥
আপুনি গুণিয়ো গুৰু সুসম বিষম।
অৰ্জ্জুনৰ সম কি মোহোৰ পৰাক্ৰম ॥ ২৩৯৭৬

তুমি বিনে অৰ্জ্জুনৰ কোন হুইব আগ।
আপুনি যুদ্ধক সাজু হুয়ো মহাভাগ ॥
হুনাই বদতি গুৰু দ্ৰোণ মহাবল।
যতেক বুলিলা ৰাজা স্বৰূপ সকল ॥ ২৩৯৭৭
সমৰে নিপুণ গুণ বীৰ ধনঞ্জয়।
দেৱাসুৰ মনুষ্যত সবাতে বিজয় ॥
কিন্তু আজি যেন কৰ্ম্ম কৰিব দাৰুণ।
সমৰত পৰাভৱ লভিবে অৰ্জ্জুন ॥ ২৩৯৭৮
সবে নৃপগণ দেখন্তোক মহাৰঙ্গ।
কুৰু নৃপতিত অৰ্জ্জুনৰ ৰণভঙ্গ ॥
দুৰ্য্যোধন নৃপতিত বীৰ পৰাভৱে।
একেৰথে থাকি আজি দেখোক মাধৱে ॥ ২৩৯৭৯
বান্ধিবো কৱচ আজি তোমাৰ শৰীৰে।
যাক ভেদিবাক শক্ত নোহে একো বীৰে ॥
সুবৰ্ণ কৱচ বান্ধিবোহো মহামন্ত্ৰে।
ভেদিব নোৱাৰে যেন আৰে একো যন্ত্ৰে ॥২৩৯৮০
সুৰাসুৰ যক্ষ ৰক্ষ গন্ধৰ্ব্ব কিন্নৰ।
ভেদিবেক নপাৰয় সবে চৰাচৰ ॥
নচ কুন্তীসুত নচ দেৱ দামোদৰ।
নচ আন পৃথিৱীৰ যত ধনুৰ্দ্ধৰ ॥ ২৩৯৮১
কদাচিতো অস্ত্ৰে শস্ত্ৰে নকৰে ভেদন।
হেনমতে কৱচ বান্ধিবো দুৰ্য্যোধন ॥
হেন বুলি গুৰু দ্ৰোণ কৰি আচমন।
ভূমিত পৰশি ভৰদ্বাজৰ নন্দন ॥ ২৩৯৮২
শুনা কুৰুনৃপতি মন্ত্ৰৰ যেন নয়।
কহো পূৰ্ব্বকথা যত গান্ধাৰীতনয় ॥
বৃত্ৰ নামে পূৰ্ব্বত আছিল দৈত্যেশ্বৰ।
দেৱ সমে ঘোৰতৰ মিলিল সমৰ ॥ ২৩৯৮৩
দেৱ দৈত্যে অদভুত সমৰ মিলিল।
অস্ত্ৰবলে বৃত্ৰে দেৱবৰ্গক জিনিল ॥
ৰণ ভঙ্গে নাৰায়ণ আদি দেৱগণ।
গৈল পাচে চতুৰ্ম্মুখ ব্ৰহ্মাত শৰণ ॥ ২৩৯৮৪
সকলে কহিলা যেন স্বৰূপ ভাৱতি।
পাচে দেৱবৰ্গক মাতিলা প্ৰজাপতি ॥

নাৰায়ণ আদি শুনিয়োক দেৱগণ ॥
শঙ্কৰৰ বীৰ্য্যে বৃত্ৰ ভৈল উতপন ॥ ২৩৯৮৫
আমাৰ শকতি কিছু কৰণ নযায়।
যেনমতে নষ্ট হোৱে চিন্তিয়ো উপায় ॥
মন্দৰ গিৰিক লাগি কৰিয়ো গমন।
সবে মিলি শঙ্কৰত পশিয়ো শৰণ ॥ ২৩৯৮৬
হেন বাক্য বুলিয়া দেৱক প্ৰজাপতি।
সেহিক্ষণে চলি গৈল মন্দৰক প্ৰতি ॥
মন্দৰ গিৰিত বসি আছন্ত শঙ্কৰ।
কোটি এক সূৰ্য্যসম জ্বলে কলেৱৰ ॥ ২৩৯৮৭
মহাযোগী পৰম পুৰুষ মহাশান্ত।
দেখি দেৱগণ পাচে কহিলা বৃত্তান্ত ॥
বৃত্ৰাসুৰে দেৱক কৰিলা যত যত।
সকলে যুদ্ধৰ কথা কহিলা হৰত ॥ ২৩৯৮৮
শুনি শঙ্কৰৰ মহা দায়া উপজিল।
বিমৰিষি শূলপাণি ইন্দ্ৰক মাতিল ॥
কৱচেক আছে মোৰ পৰম উজ্জ্বল।
শৰীৰত পিন্ধন কৰিয়ো মহাবল ॥ ২৩৯৮৯
এহি বুলি কৱচ ইন্দ্ৰক আনি দিলা।
মন্ত্ৰজপ কৰি পাচে গাৱত পিন্ধিলা ॥
অভেদ কৱচে দেহা বান্ধি দেৱৰাজ।
বৃত্ৰক সম্মুখে সমৰক ভৈলা সাজ ॥ ২৩৯৯০
অনেক প্ৰকাৰে অস্ত্ৰ শস্ত্ৰ নিৰন্তৰ।
বৃত্ৰ বাসৱৰ ঘোৰ মিলিল সমৰ ॥
যত যত অস্ত্ৰ শস্ত্ৰ প্ৰহাৰে দানৱে।
ইন্দ্ৰৰ নুফুটে তনু মন্ত্ৰৰ প্ৰভাৱে ॥ ২৩৯৯১
পাচে বৃত্ৰাসুৰক পেশিলা যমালয়।
মন্ত্ৰৰ প্ৰভাৱে বাসৱৰ ৰণ জয় ॥
হেন দিব্যমন্ত্ৰ ইন্দ্ৰে পাইলা শঙ্কৰত।
অঙ্গিৰা মুনিত পাচে কৰিলা যেকত ॥ ২৩৯৯২
অঙ্গিৰাই মন্ত্ৰ বৃহস্পতিক শিখাইলা।
বৃহস্পতি মুখে পাচে অগ্নিবৈশ্যে পাইলা ॥
অগ্নিবৈশ্যে মোক পাচে কৰাইলা অভ্যাস।
মন্ত্ৰৰ স্বৰূপ কথা কৰিলোঁ প্ৰকাশ ॥ ২৩৯৯৩

হেন মহামন্ত্রে মই বান্ধিলোঁ। শৰীৰ।
যুদ্ধক চলিয়োঁ কুৰুপতি মহাবীৰ ॥
দুনাই বান্ধিলা ৰক্ষা গান্থি গুৰু দ্ৰোণ।
পাচে কুৰু নৃপতিৰ ভৈলা সুস্থ মন ॥ ২৩৯৯৪
মহাবেগে চলি গৈলা অৰ্জ্জুনৰ কোল।
তযু সেনা মাজে উথলিল মহাবোল ॥
যদি মনে সাৰ কৰি গুৰুৰ বচন।
অৰ্জ্জুনক ধাইলা কোপে ৰাজা দুৰ্য্যোধন ॥২৩৯৯৫
যেন ৰণ ভৈলা পাচে কুৰু পাণ্ডৱৰ।
সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ ॥
দিৱসৰ ভৈলা যেবে প্ৰহৰ দুভয়।
উপসন ভৈলা আসি মধ্যাহ্ন সময় ॥ ২৩৯৯৬
সিবেলাত যত যুদ্ধ ভৈলা আসন্বিশ।
নতু শুনি নতু দেখি আমাৰ বয়স ॥
ধৃষ্টদ্যুম্ন আদি কৰি পাণ্ডৱসকল।
দ্ৰোণক সম্মুখে সবে ধাইল কৌতুহল ॥ ২৩৯৯৭
আম্নি সবে সিবেলাত দ্ৰোণক আগ কৰি।
পাণ্ডৱক ধাইলো ৰণধৰ্ম্ম অনুসৰি ॥
পাণ্ডৱৰ ধৃষ্টদ্যুম্ন কৌৰৱৰ দ্ৰোণ।
সেনামধ্যে অস্ত্ৰ শস্ত্ৰ প্ৰহাৰে নিপুণ ॥ ২৩৯৯৮
ৰথ সেনা হয় হস্তী মাৰে অসংখ্যাত।
কদন কৰন্ত দুয়ো উভয় সেনাত ॥
দাৰুণ বিকৰ্ণ বিবিংশতি বৃহৎসেন।
ৰাজাৰ সোদৰ তিনি তোমাৰ নন্দন ॥ ২৩৯৯৯
তিনি মিলি সমুখে ভীমক দিলা ৰণ।
তাসম্বাক ধাইল পাচে পাণ্ডুৰ নন্দন ॥
যুধিষ্ঠিৰ নৃপতিৰ ধাইল সৈন্ত ৰায়।
সহদেৱ নকুল যুদ্ধক ভৈলা সায় ॥ ২৪০০০
সাত্যকিক ধাইল তযু সুত দুঃশাসন।
বিন্দ অনুবিন্দ বিৰাটক দিলা ৰণ ॥
বাহ্লিক নৃপতি শিখণ্ডীক দিলা যুদ্ধ।
ধাইলা ঘটোৎকচ ৰাক্ষস অলায়ুধ ॥ ২৪০০১
অলম্বুষে কুন্তিভোজে মিলিল সমৰ।
দ্ৰোণে ধৃষ্টদ্যুম্নে যুদ্ধ ভৈল ভয়ঙ্কৰ ॥
মই পাঞ্চশত বীৰগণ ধৰি সঙ্গে।
চেকিতান বীৰক ৰণক ধাইলোঁ ৰঙ্গে ॥ ২৪০০২
মিলিল দাৰুণ যুদ্ধ যুগলে যুগলে।
অন্যো অন্যে প্ৰহাৰ কৰয় কুতূহলে ॥
সবাৰো পাচত আছে জয়দ্ৰথ ৰাজা।
আৱৰি আৱৰি আছে বহুতৰ প্ৰজা ॥ ২৪০০৩
কৰ্ণ অশ্বত্থামা দুই কৰন্ত ৰক্ষণ।
ৰক্ষা কৰে আন বলৱন্ত ৰাজাগণ ॥
ধৃষ্টদ্যুম্ন সম্মুখে দ্ৰোণক কৰে শৰ।
দ্ৰোণে ধৃষ্টদ্যুম্নক প্ৰহাৰে ভয়ঙ্কৰ ॥ ২৪০০৪
আকাশে প্ৰকাশ নাহি দুইহস্তৰ বাণে।
কৌৰৱ পাণ্ডৱ সেনা ফুটিল সন্ধানে ॥
দোল পাৰাৱত বৰ্ণ পাৰ্ব্বতৰ * হয়।
দ্ৰোণৰ ৰাঙ্গলী ঘোঁৰা আতি শুভনয় ॥ ২৪০০৫
আঠগোটা ঘোঁৰা একেলগে কেলি কৰে।
সজল মেঘত যেন বিদ্যুত সঞ্চাৰে ॥
ধৃষ্টদ্যুম্নে দেখে দ্ৰোণ আগে আসি ভৈল।
তেতিক্ষণে ৰথমাজে ধনু শৰ থৈল ॥ ২৪০০৬
এহি ছেগে ব্ৰাহ্মণৰ কাটি এৰো শিৰো।
এহি বুলি খাণ্ডা বাৰু ধৰিলেক বীৰ ॥
মাংসখণ্ড দেখি যেন শেনে জাম্প দিল।
দ্ৰোণৰ ৰথৰ ঈষাদণ্ডত পৰিল ॥ ২৪০০৭
ঈষাদণ্ড হস্তে মাজ যুৱলিত পৰি।
যুৱলিৰ ওৰা হাতে খড়্গক প্ৰহাৰি ॥
বাঘজৰী কাটিলন্ত ঘোঁৰাৰ গলৰ।
সাধু সাধু হাহাকাৰ উভয় দলৰ ॥ ২৪০০৮
দ্ৰোণে দেখিলন্ত যম আগতে মিলিল।
ধসমসি লাগিল বুদ্ধিত নধাটিল ॥
ক্ষুদ্ৰধনু ধৰিয়া ক্ষুদ্ৰক দশ শৰে।
খাণ্ডাখান খণ্ড খণ্ড কৰিলা হাতেৰে ॥ ২৪০০৯
শতচন্দ্ৰ খানক কাটিয়া আঠ বাণে।
দশ শৰ হৃদয়ত হানিলা সন্ধানে ॥

* দুইতাৰ।

শৰচোটে বীৰ যেন মূৰ্চ্ছাগত ভৈল।
জাম্প দিয়া আপোনাৰ ৰথমাজে গৈল ॥২৪০১০
ৰথৰ ঘোৰাক মাৰিলন্ত ষাঠি শৰে।
দুই ভল্লে ৰথচক্ৰ কাটিলা ৰথৰে ॥
দুই পাৰ্শ্বি সাৰথিক কাটি দুই বাণে।
একে শৰে সাৰথিক নিলা যমথানে ॥ ২৪০১১
মহাক্ৰোধে ধনু টানিলন্ত কৰ্ণমানে।
ধৃষ্টদ্যুম্ন মৰণ দেখিয়া যুযুধানে ॥
পথত কাটিল তাক চতুৰ্দ্দশ বাণে।
দ্ৰোণৰ হৃদয় ভেদিলেক ছয় বাণে ॥ ২৪০১২
পুনৰপি কুৰি শৰ কৰিলা সন্ধানে।
দ্ৰোণৰ শৰীৰে পীড়া কৰে বৰ টানে ॥
যুযুধানে ৰাখিলন্ত ধৃষ্টদ্যুম্ন বীৰ।
ক্ৰোধে গুৰু দ্ৰোণৰ শৰীৰ নোহে থিৰ ॥ ২৪০১৩
মোহোৰ শত্ৰুক ইটো বীৰে ৰাখে কিক।
এহি বুলি কুৰি শৰে ভেদি সাত্যকিক ॥
সাত্যকিক খেদি গৈলা পাৰ্ব্বতক এৰি।
পাৰ্ব্বতক পাঞ্চালে ৰাখিয়া নিলে বেঢ়ি ॥ ২৪০১৪
সাত্যকিক বায়ুবেগে দ্ৰোণে খেদি যান্ত।
ৰথৰ বেগত যেন আকাশ উৰন্ত ॥
নিৰ্ঘাত পৰয় যেন ধনুৰ টঙ্কাৰ।
নিশ্বাস কাঢ়ন্ত যেন সৰ্পৰ ফোকাৰ ॥ ২৪০১৫
ৰক্তবৰ্ণ পতাকা বায়ুত কম্পমান।
দ্ৰোণে খেদি আসন্ত দেখিয়া যুযুধান ॥
সাত্যকি বোলন্ত সাৰথিৰ মুখ চাই।
দ্ৰুতে ৰথ বাহা মোৰ দাৰুকৰ ভাই ॥ ২৪০১৬
দেখা দেখা ব্ৰাহ্মণ আসয় ক্ৰূৰকৰ্ম্ম।
উদৰ পোষন্তে এৰিলেক নিজধৰ্ম্ম ॥
এসম্বাক পায়া মন্দবুদ্ধি দুৰ্য্যোধন।
যুধিষ্ঠিৰ ৰাজাক পঠাইলা ঘোৰ বন ॥ ২৪০১৭
ৰাজকুমাৰৰ গুৰু বীৰগণে মানে।
আজি সবে গৰ্ব্বমানে চুৰ কৰোঁ ৰণে ॥
শুনি চাৰি ঘোৰে বহে সাত্যকিৰ ৰথ।
বায়ুবেগে চলাইলা দ্ৰোণৰ সমীপ ॥ ২৪০১৮

সাত্যকিক দেখি দ্ৰোণে অযুতেক বাণে।
নিৰন্তৰে ভেদিলেক মৰ্ম্ম মৰ্ম্ম স্থানে ॥
শৰচোটে সাত্যকি ক্ৰোধত কম্পমান।
দ্ৰোণৰ হিয়াত হানিলন্ত আশী বাণ ॥ ২৪০১৯
শৰচোট পায়া ভৰদ্বাজৰ নন্দন।
প্ৰচণ্ড অনলে যেন পাইলে ঘৃত দান ॥
তীখাল চোখাল বৰিষিলা বহু বাণ।
দ্ৰোণক লাগিয়া প্ৰহাৰিল যুযুধান ॥ ২৪০২০
দুইৰো শৰবৃষ্টি ভৈল নিসন্ধি আকাশ।
শৰে অন্ধকাৰ নেদেখয় দিশ পাশ ॥
পক্ষী নসঞ্চৰে তাত নবহে বতাস।
মধ্যাহ্নৰ ৰবি ৰশ্মি নকৰে প্ৰকাশ ॥ ২৪০২১
দুইতো কৰি দুই বীৰ আতি লঘু হস্ত।
পৱন সঞ্চাৰে ফুৰে দুয়োখান ৰথ ॥
চট চটি শৰে ফুটে দুইহানো গাৱত।
ঘোঁৰাৰ গাৱত সাৰথিৰ শৰীৰত ॥ ২৪০২২
চাৰি পাৰ্শ্বি সাৰথিক ফুটি বহুবাণে।
দুনাই দুনাই কৰে দুয়ো শৰৰ সন্ধানে ॥
শৰমুখে বোম্বালে ৰুধিৰ বহি যায়।
অশোক ফুলিল যেন অধিকে সুহাই ॥ ২৪০২৩
দুয়ো দুইৰ চক্ৰ কাটি ৰথ কাটিলন্ত।
দুইকো দুই চাই সিংহ সমান গৰ্জ্জন্ত ॥
যেন দুই নটে নাচে সমাজৰ মাজে।
তাক চাহি থাকে যেন সজ্জন সমাজে ॥ ২৪০২৪
তেনমতে দুই বীৰে কৰে ঘোৰ ৰণ।
মণ্ডলী কৰিয়া চাহি আছে সৰ্ব্বজন ॥
শাৰী শাৰী ৰথ গজ পাইক পটোৱাৰ।
শাৰী শাৰী শুক্লবস্ত্ৰ হাজাৰে হাজাৰ ॥ ২৪০২৫
উজ্জ্বল নয়নে সবে চাহিয়া আছয়।
বোলে কোন বীৰ মৰে এহিসে সংশয় ॥
বিমানত চৰি ব্ৰহ্মা সমে পুৰন্দৰ।
অপেস্বৰা চাৰণ গন্ধৰ্ব্ব বিদ্যাধৰ ॥ ২৪০২৬
আনো দেৱগণে যুদ্ধ চাহিয়া আছয়।
দুইহানো সমৰ দেখি মনত সংশয় ॥

এমন প্ৰকাৰে যুদ্ধ কৰে মহাবলী।
দুইকো দুই প্ৰহাৰ কৰয় হলহলি ॥ ২৪০২৭
কিঞ্চিতেক চাহি ভৈল বৃষ্টি বীৰবৰ।
দ্ৰোণৰ মাৰ্দ্দন কাটিলন্ত নিৰন্তৰ ॥
ক্ষুৰ হানি কাটিলন্ত দৃঢ় ধনুখান।
হৃদয়ত চাৰি শৰ কৰিলা সন্ধান ॥ ২৪০২৮
কৰ্ণমানে ধনু টানি ক্ষুৰ একপাটে।
দৃঢ় কৰি তাড়িলন্ত গুৰুৰ ললাটে ॥
শীঘ্ৰ বেগে গুৰু আন ধনু ধৰিলন্ত।
গুণ দেন্তে সিয়ো ধনুখান ছেদিলন্ত ॥ ২৪০২৯
যেহি যেহি ধনু ধৰি দ্ৰোণ ভৈল থিৰ।
তাকে তাকে কাটিলা সাত্যকি মহাবীৰ ॥
মাজে মাজে শৰে ভেদিলন্ত হৃদয়ত।
দেখিয়া বিস্ময় বৰ দ্ৰোণৰ মনত ॥ ২৪০৩০
যেন থান দেখো সাত্যকিৰ পৰাক্ৰম।
দেৱৰাজ ইন্দ্ৰেসে ইহাৰ হবে সম ॥
এহিৰূপ শৰশ্ৰম পৰশুৰামৰ।
সহস্ৰ অৰ্জ্জুন পাণ্ডুপুত্ৰ অৰ্জ্জুনৰ ॥ ২৪০৩১
ভীষ্মত দেখিলোঁ এহিৰূপ শৰশ্ৰম।
জানিলোঁ সাত্যকি বীৰ তাসম্বাৰ সম ॥
সাত্যকিক প্ৰশংসা কৰিলা মনে মনে।
তোমৰ প্ৰহাৰি ধনু লৈলা তেতিক্ষণে ॥ ২৪০৩২
দিব্যশৰ প্ৰহাৰিলা আতি খৰতৰ।
ফৰিঙ্গাৰ জাক যেন দেখি নিৰন্তৰ ॥
চাৰি শৰে যুযুধানে তোমৰ কাটিল।
দিব্যশৰ কাটি দিব্যশৰ প্ৰহাৰিল ॥ ২৪০৩৩
হৃদয়ত ভেদিলন্ত দ্বাদশ মাৰ্দ্দন।
দুনাই প্ৰশংসিল কুৰু-পাণ্ডুবীৰগণ ॥
যেহি যেহি অস্ত্ৰ দ্ৰোণে প্ৰহাৰ কৰিল।
সাত্যকিয়ো সেহি সেহি অস্ত্ৰ নিবাৰিল ॥ ২৪০৩৪
হেন দেখি দ্ৰোণে গুণিলন্ত মনে মন।
কিনো ভৈল সাত্যকি ৰণত অকম্পন ॥
সহন্তা নাহিকে আৰ দাৰুণ সন্ধান।
অগ্নিশৰ হানি আক কৰিবো নিৰ্য্যাণ ॥ ২৪০৩৫
এহি বুলি অগ্নিশৰ গুণে নিবন্ধিলা।
শৰমুখে বহ্নিকুণ্ড তেখনে উঠিলা ॥
সাত্যকিয়ো শৰমুখে বৰিষিয়া পানী।
নমাৰিলা শৰ থাকিলন্ত ধনু টানি ॥ ২৪০৩৬
এতেকন্তে দুৰ্ম্মুখ প্ৰমুখ্যে ভ্ৰাতৃগণ।
দ্ৰোণক ৰাখিয়া সাত্যকিক দিলা ৰণ ॥
যুধিষ্ঠিৰ প্ৰমুখ্যে যতেক পাণ্ডুগণ।
গোটে গোটে বাছি ভৈলা সমৰক মন ॥ ২৪০৩৭
মধ্যাহ্নৰ হন্তে সূৰ্য্য কিছু দিলা ভাটি।
দুনাই দুয়োদলে লগাইলেক কটাকটি ॥
সঞ্জয় বদতি শুনিয়োক কুৰুনৃপ।
শল্য ৰাজা গৈলা জয়দ্ৰথৰ সমীপ ॥ ২৪০৩৮
দ্ৰোণৰ আদেশে বিন্দ অনুবিন্দ চলি গৈল।
মধ্যাহ্ন সময়ে অৰ্জ্জুনৰ লাগ ভৈল ॥
ৰথ গজ হয় কাটি মোকলন্তে পথ।
সেহি পথে নাৰায়ণে খেদিলন্ত ৰথ ॥ ২৪০৩৯
কতো সেনা ৰথ দেখি পলায় ভাগি ভাগি।
অৰ্জ্জুনেয়ো শৰ প্ৰহাৰন্ত তাক লাগি ॥
গোবিন্দে কৰন্ত চিত্ৰৰথৰ মণ্ডলী।
চিত্ৰধাৰ হানন্ত অৰ্জ্জুন মহাবলী ॥ ২৪০৪০
দণ্ড দুই আগ লাগি খেপন্ত মাৰ্দ্দন।
দুই দণ্ড পাচতেসে মৰে সেনাগণ ॥
ইন্দ্ৰৰ অগ্নিৰ কুবেৰৰ শঙ্কৰৰ।
গন্ধৰ্ব্ব ৰাক্ষস শৰ বায়ু বৰুণৰ ॥ ২৪০৪১
'এসম্বাৰ হেন মুহি হবে ৰথগতি।
যেন দ্ৰুতে ৰথ ভাকৰন্ত যদুপতি ॥
যাক লাগি মনে অৰ্জ্জুনৰ অভিলাষ।
পৱন সঞ্চাৰে ৰথ নেন্ত তাৰ পাশ ॥ ২৪০৪২
ভিণ্ডা ভিণ্ডি মৰা গজ বাজী কলেৱৰ।
ৰহি ৰহি চলে ঘোঁৰা তাহাৰ উপৰ ॥
ক্ষুধায়ে পিয়াসে ঘোঁৰা আকুল স্বভাৱ।
চলো পৰো কৰে ঘোঁৰা থিৰ মুহি পাৱ ॥ ২৪০৪৩
কতো শৰে ফুটি আছে তাৰ সীমা নাই।
হ্ৰেসনি কাঢ়য় ঘোঁৰা আকাশত চাই।

গোবিন্দৰ ৰথ শিক্ষা আতি বিপৰীত।
দিব্য চাৰি ঘোঁৰা সিয়ো ভৈলা বিমোহিত ॥২৪০৪৪
ৰথবৃন্দমাজ পাইল এনয় ছিদ্ৰত।
বিন্দ অনুবিন্দ দুই ভেটিলেক পথ ॥
অৰ্জ্জুনক প্ৰহাৰিলা চৌষষ্টি মাৰ্দ্দন।
সত্তৰি শায়কে ফুটিলেক জনাৰ্দ্দন ॥ ২৪০৪৫
পঞ্চিশ পঞ্চিশ শৰে ভেদিলা ঘোঁৰাক।
হাসি হাসি দুইহান্তকো বাক্য বুলিলন্ত ॥
মাৰৰ ভগিনী মোৰ কুন্তী তব মাতা।
সি সম্বন্ধে হোৱা তুমি মোৰ জ্যেষ্ঠভ্ৰাতা ॥ ২৪০৪৬
এহে নাৰায়ণ মোৰ মাতুলৰ সুত।
আপোনাৰ কুলক কৰিলা ভস্মীভূত ॥
কিনো মোৰ ভাগ্য লগ পাইলো একে ৰথে।
একেলগে দুইহান্ক পেসিবো যমপথে ॥ ২৪০৪৭
গৰ্ব্ব বাণী শুনি ধনঞ্জয় মহা যোদ্ধে।
নব নব শৰ প্ৰহাৰিলা মহা ক্ৰোধে ॥
সৰকি সৰকি গৈলা বাহুমূলে পৰি।
শৰচোটে সাৰথিও পৰিল উফৰি ॥ ২৪০৪৮
শৰচোট পায়া দুয়ো বৰষিলা শৰে।
কৃষ্ণ ধনঞ্জয়ক ভেদিলা নিৰন্তৰে ॥
ৰথক ধ্বজক ঢাকিলন্ত দশোদিশে।
সিংহনাদ কৰি দুনাই পূৰিলা আকাশে ॥ ২৪০৪৯
কৃষ্ণৰ শৰীৰ ক্ষত ভৈল সব্যসাচী।
ছয় পাট ভল্ল শৰ জুৰিলেক বাছি ॥
দুইখান ধনু দুই গোট ধ্বজ কাটি।
দুভাইৰ হৃদয় মাজে প্ৰহাৰিলা ডাটি ॥ ২৪০৫০
আন ধনু ধৰি দুই অবন্তীকুমাৰে।
অৰ্জ্জুনৰ হৃদয়ত কৰিলা প্ৰহাৰে ॥
সিয়ো দুয়োখান ধনু মাজতে কাটিল।
পুনৰপি দশ শৰ গুণত জুৰিল ॥ ২৪০৫১
পাৰ্শ্বি সাৰথি চাৰি চাৰি চক্ৰ বক্ষ।
দুই সাৰথিৰ শৰে বিদাৰিলা বক্ষ ॥
বিন্দৰ কাটিলা শিৰ এক শৰ হানি।
অবন্তী সেনাত ভৈলা হাহাকাৰ ধ্বনি ॥ ২৪০৫২
বিন্দ পৰিলন্ত অনুবিন্দে দেখি আছে।
হাতে গদা ধৰি যেন সমৰত নাচে ॥
ভ্ৰাতৃৰ মৰণে কোপ জ্বলিল তাহাৰ।
কৃষ্ণৰ ললাটে দিলা গদাৰ প্ৰহাৰ ॥ ২৪০৫৩
গদাৰ প্ৰহাৰ হৰি মুণ্ড পাতি লৈল।
তিনিয়ো লোকত হাহাকাৰ বাণী ভৈল ॥
গদা পাতে কৃষ্ণৰ নভৈল ভ্ৰুকুতি ভঙ্গ।
দেখি অৰ্জ্জুনৰ তনু নসহয় থঙ্গ ॥ ২৪০৫৪
গদা তুলি অৰ্জ্জুনক খেদি যাই বেগে।
খুৰ হানি বাহু কাটিলন্ত সেহি ছেগে ॥
আতি শীঘ্ৰে ধনঞ্জয় ক্ষত্ৰিয়ৰ গুৰু।
দুই খুৰ প্ৰহাৰি কাটিলা দুই উৰু ॥ ২৪০৫৫
একে খুৰে মুণ্ড কাটি পেলাইলা ত্বৰিতে।
যেন চন্দ্ৰবিম্ব খসি পৰিল ভূমিতে ॥
দুভাইৰ দোগোট শিৰ পৃথিবীত ভাসে।
সমৰক মনে যেন অল্প অল্প হাসে ॥ ২৪০৫৬
দুই গোটা ৰাজপুত্ৰ হত ভৈল ৰণে।
কোপ অপমানে তাৰ মহাৰথীগণে ॥
অৰ্জ্জুনক বেঢ়ি দিলা শৰ একজাক।
নিমিষেকে ধনঞ্জয় বধিলা সবাক ॥ ২৪০৫৭
অবন্তী সেনাক বধি ৰথ বাঢ়ি গৈল।
যেন মেঘমালা ভেদি চন্দ্ৰ বাজ ভৈল ॥
অৰ্জ্জুনক দেখি আগে জীৱ উৰি গৈল।
শ্ৰান্ত ভৈল দেখি বৰ কৌতুহল হৈল ॥ ২৪০৫৮
ছিদ্ৰ পায়া বীৰগণে চৌপাশে বেঢ়িল।
ধনুৰ টঙ্কাৰ সিংহনাদ উথলিল ॥
হস্তী চিহৰয় বৰ ঘোঁৰাৰ হিসনি।
কিল কিল শবদত পূৰিল ধৰণী ॥ ২৪০৫৯
কৌৰৱৰ যেন বুদ্ধি অৰ্জ্জুনে জানিল।
আগ পাচ কথা সব মনে আলোচিল ॥
গোবিন্দক সম্বুধিয়া বুলিল বচন।
এক কথা কহো শুনা দেৱ নাৰায়ণ ॥ ২৪০৬০
তুমি ধাতা কৰ্ত্তা প্ৰভু পাণ্ডৱৰ গতি।
তোমাৰ প্ৰসাদে বিপু মাৰিবো সম্প্ৰতি ॥

শৰচোটে মূৰ্চ্ছা যেন যায় চাৰি হয়।
সৈন্ধৱ দূৰত আছে ৰথ নচলয় ॥ ২৪০৬১
চাৰিয়ো ঘোঁৰাৰ প্ৰভু মেলিয়ো বন্ধন।
শৈল্য উদ্ধাৰিয়োক মোহোৰ এহি মন ॥
তোমাৰ সম্মত কেনে কহিয়োক সখি।
নাৰায়ণে বুলিলন্ত খানিকো নাপেখি ॥ ২৪০৬২
মোহোৰ সম্মত এই কিন্তু কুৰুগণে।
চাপি আসে চৌপাশে সঙ্কট মানো মনে ॥
হাসিয়া কৃষ্ণক বুলিলন্ত ধনঞ্জয়।
কোটি কৌৰৱক দেখি নাহি মোৰ ভয় ॥ ২৪০৬৩
এবে ৰথবৃন্দক মাৰিবো একেশ্বৰে।
সাগৰৰ ঢৌ যেন নিবাৰে কাথৰে ॥
এহি বুলি ৰথৰ নামিলা মহাবীৰ।
দৃঢ় ধনু ধৰি সমৰত ভৈলা থিৰ ॥ ২৪০৬৪
গোবিন্দে ঘোঁৰাৰ বাঘজৰী ধৰিলন্ত।
সকল ঘোঁৰাৰ আগে শৈল্য উদ্ধাৰন্ত ॥
এহি ছিদ্ৰ দেখি কৌৰৱৰ বীৰগণে।
অন্যো অন্যে ডাকি ডাকি বুলিল বচনে ॥ ২৪০৬৫
এনয় ছিদ্ৰত যদি নামাৰোঁ ইহাঙ্ক।
তুনাই ৰথে চৰিলে লগাইব বৰ চঙ্ক ॥
এহি বুলি বীৰগণে বেঢ়ি দশোদিশ।
নিৰন্তৰে শৰ বৰষিলা আসৰিশ ॥ ২৪০৬৬
গদা মুদগৰ শেল শূল ভিন্দিপাল।
মুষল পঞ্চিশ শিলা পৰশু তীখাল ॥
নিৰন্তৰে অৰ্জ্জুনক বেঢ়ি দেই বোলি।
দিনতে আন্ধাৰ ভৈল কটকৰ ধূলি ॥ ২৪০৬৭
ধৰ ধৰ মাৰ মাৰ উথলিল বোল।
কৈত কোন মৰে শুশুনয় মাত বোল ॥
সঞ্জয় বদতি শুনা অম্বিকানন্দন।
ৰজনীত হৈব মোৰ পুত্ৰ দুৰ্য্যোধন ॥ ২৪০৬৮
তুনাই ৰাজা হৈব গৈয়া হস্তিনাপুৰত।
এহিখানি সবেকালে তোমাৰ মনত ॥
ইবেলাত অৰ্জ্জুনৰ পৰাক্ৰম শুনি।
মানিবাহা মোৰ পুত্ৰ গৈল সঞ্জীৱনী ॥ ২৪০৬৯

বীৰগণে যত শৰ কৰিলা প্ৰহাৰ।
চাৰি চাৰি কৰি তাক কৰিলা সংহাৰ ॥
চৌভিতি শৰৰ লক্ষে যত মান পাৰে।
সাত আঠ কৰি একো কৰি সবকাৰে ॥ ২৪০৭০
লক্ষে লক্ষে ধ্বজ ধনু একেবাৰে ছেদি।
লক্ষে লক্ষে হয় হস্তী একেলগে ভেদি ॥
লক্ষে লক্ষে বীৰ শিৰ কাটে একেবাৰ।
একেলগে ৰথ কাটি পেলাইলা অপাৰ ॥ ২৪০৭১
সকলে সেনাক বধিলন্ত পাণ্ডুসুত।
অৰ্জ্জুনক চাই হৰি মাতিলন্ত দ্ৰুত ॥
কৌতুক মিলিল সখি শুনা ধনঞ্জয়।
জলপান কৰিবাক খোজে চাৰি হয় ॥ ২৪০৭২
যেবে সিটো শৰীৰত আছে পৰাক্ৰম।
জলৰ নিমিত্তে কিছু কৰা শৰশ্ৰম ॥
অৰ্জ্জুনে বোলন্ত সখি তব প্ৰসাদত।
অসাধ্য নাহিকে মোৰ তিনিও জগত ॥ ২৪০৭৩
এহি বুলি গুৰুৰ চৰণ প্ৰণামিলা।
দিব্য অস্ত্ৰচয় আনি গুণে আলম্বিলা ॥
সঞ্জয় বদতি শুনা অম্বিকাতনয়।
আৰু অদভুত কৰ্ম্ম কৰে ধনঞ্জয় ॥ ২৪০৭৪
সুমৰন্তে শৰীৰৰ লোম শিহৰয়।
কহিবাক খোজন্তেয়ো শৰীৰ কাম্পয় ॥
নাহি হোৱে নাহি হব যি কৰ্ম্ম কৰিল।
পাণ্ডৱৰ বংশত সাফল উপজিল ॥ ২৪০৭৫
শৰ সন্ধানত চাৰি পাৰক কৰিলা।
বাজীপান নামে সৰোবৰক খানিলা ॥
পাতাল ফুটিল শৰে নিকলিল জল।
তাতে কেলি কৰে মৎস্য কচ্ছপসকল ॥ ২৪০৭৬
কুমুদ কমল শাৰী শাৰী আছে ফুলি।
হংস চক্ৰবাক তাতে পৰি কৰে কেলি ॥
আকাশত থাকিয়া নাৰদ মুনিবৰ।
চাহি আছা মহাৰঙ্গে দিব্য সৰোবৰ ॥ ২৪০৭৭
অনন্তৰে বিষ্ণু সৰোবৰ তীৰে থাকি।
সাজিলা চৌচাল ঘৰ সৰোবৰ ঢাকি ॥

বিন্ধুৰ শকতি আকাশত ভৈলা স্থিৰ।
সৰোবৰ খানিলা অৰ্জ্জুন মহাবীৰ ॥ ২৪০৭৮
শৰে কাঠি কামি ভৈল শৰৰ মাৰলি।
শৰৰ বিবন্ধ বন্ধ শৰৰ কৰলি ॥
শুক্ল শৰে চাইল যেন ধবল পৰ্ব্বত।
যেন বিশ্বকৰ্ম্মে গৃহ সাজন্ত স্বৰ্গত ॥ ২৪০৭৯
হেন দেখি গোবিন্দৰ বিস্ময় মিলিল।
সাধু সাধু বুলি অৰ্জ্জুনক প্ৰশংসিল ॥
পাচে হৰি ৰথ চৌচালৰ মধ্যে নিলা।
চাৰিয়ো ঘোঁৰাৰ পাচে যুঁৰলি মেলিলা ॥ ২৪০৮০
ঘোঁৰাৰ গাৱৰ কাঢ়িলন্ত শৰসঙ্গ।
গাৱ লুস্তি ঘুস্তি জলে নমাইলন্ত ৰঙ্গ ॥
চাৰিয়ো ঘোঁৰাক ধুৱাইলন্ত ভাল কৰি।
জলপান কৰিলা ঘোঁৰায়ো পেট ভৰি ॥ ২৪০৮১
ঔষধ দিলন্ত পাচে ঘোঁৰাৰ গাৱত।
কিছু কটী দিলা পাচে আছিল ৰথত ॥
কটী খাই ডুনাই কৰিলেক পান জল।
হৰি কৰ পৰশে দুগুণ ভৈল বল ॥ ২৪০৮২
পুনৰপি চাৰি ঘোঁৰা জুৰিলা ৰণত।
যেন কিছু ছিদ্ৰ নোহে সৈন্ধৱ ৰথত ॥
নিশ্চিন্তে পাণ্ডৱে তথা নিৰন্ধত জান।
কুৰুগণে বেঢ়ি কৰে দাৰুণ সন্ধান ॥ ২৪০৮৩
চক্ৰাকাৰে ধনঞ্জয় চৌভিতি ফুৰন্ত।
অস্ত্ৰ শস্ত্ৰ গজ বাজী বীৰ সংহাৰন্ত ॥
বৈৰৰ মাৰ্দ্দনে গৈয়া ওচৰ নপান্ত।
আমাকো যুজন্ত সৰোবৰক খানন্ত ॥ ২৪০৮৪
মৎস্য কচ্ছপক সমে জল স্ৰজিলন্ত।
ওপৰত শৰময় গৃহ সাজিলন্ত ॥
স্নানক কৰন্ত ঘোঁৰা তাতে পানী খান্ত।
যুঁৰলি মেলান্ত তাতে তাতে পানী খান্ত ॥২৪০৮৫
সমাজ মাজত যেন শিশু ওমলন্ত।
ৰঙ্গ সমাজত যেন দুনটে নাচন্ত ॥
তেনে কৰ্ম্ম কৰন্ত অৰ্জ্জুন ভগৱন্ত।
জলৰ প্ৰশংসা ধনঞ্জয় শুনিলন্ত ॥ ২৪০৮৬

বিদুৰ পথক লাগি সেনা খেদি নিল।
মধ্যাহ্নৰ সন্ধ্যা দুয়ো বীৰে উপাসিল ॥
মহাৰঙ্গে পুনৰপি ৰথত চৰিল।
জয়দ্ৰথ বধিবাক মঙ্গলে লৰিল ॥ ২৪০৮৭
অৰ্জ্জুনৰ ৰথখান ক্ৰমতে বহি যায়।
দান্ত ভগা সৰ্প যেন থাকিলেক চাই ॥
পাচে যত বীৰ নিন্দিলেক আপোনাক।
মৰণেসে ভাল ফল নলাগে জীৱাক ॥ ২৪০৮৮
পদাতিক বীৰে চতুৰঙ্গে যুদ্ধ দিলোঁ।
আছোক যুজিবো সবে ভস্মাভূত ভৈলোঁ ॥
কৌৰৱ সাগৰখান পাণ্ডুসুতে পিলা।
তিৰীৰ মধ্যত যেন পুৰুষৰ লীলা ॥ ২৪০৮৯
কেহো কেহো বোলে যেন শুনিলোঁ পূৰ্ব্বত।
অৰ্জ্জুনৰ কথা নট ভাটৰ মুখত ॥
সিসব বিক্ৰম আজি দেখিলোঁ আগতে।
জানিলোঁ জিনন্তা নাহি তিনিও জগতে ॥২৪০৯০
অন্ধকৰ সুত ৰাজা দুই চক্ষু খাইলা।
ইহাক যুজিবে লাগি পৃথিৱী জড়াইলা ॥
জিনিবাক নপাৰিব ৰাজ্যকো নপাইব।
প্ৰজা মৰাইবাৰ লাগি অধোগতি যাইব ॥ ২৪০৯১
আউৰ নেদেখিবো পুত্ৰ ভাৰ্য্যাৰ বদন।
জানিলোঁ আমাৰ থান যমৰ সদন ॥
জয়দ্ৰথ ৰাজাৰ মৰণ হেন জানি।
তপত পিণ্ডক সাজ কৰিয়োক আনি ॥ ২৪০৯২
অধিকে অধিকে চলে অৰ্জ্জুনৰ ৰথ।
যেহি যেহি বীৰগণে ভেটিলেক পথ ॥
তাকে তাকে মাৰি পঠাইলেক যমালয়।
ৰথ ঘৰিষণে প্ৰজা বিস্তৰ মৰয় ॥ ২৪০৯৩
অনেক দেশৰ ৰাজা ৰাজাৰ কুমাৰ।
বাৰে বাৰে আসি অৰ্জ্জুনক দিলা ধাৰ ॥
আপোনাৰ পৌৰুষ ৰাখিয়া ধনঞ্জয়।
তাকে তাকে মাৰি পঠাইলন্ত যমালয় ॥২৪০৯৪
চুভিতিৰ সেনা নিৰন্তৰে শৰ কৰে।
ৰথৰ বেৰাত শৰ শৰীৰে নলাৰে ॥

যেন আকাশক জাম্প দেই দেৱজন।
শুক্লবৰ্ণ পতাকা বায়ুত কম্পমান ॥ ২৪০৯৫
হনুমন্ত ধ্বজগোটে কৰে ঘোৰ নাদ।
ৰথৰ গৰ্জ্জন যেন মেঘৰ সম্বাদ ॥
ধনুৰ টঙ্কাৰ শঙ্খধ্বনি অৰ্জ্জুনৰ।
পাঞ্চজন্য শঙ্খক ফুঙ্কন্ত দামোদৰ ॥ ২৪০৯৬
শৰদতে ত্ৰস্ত হোৱে সকলে কটক।
চাহিবাক নপাৰয় ৰথৰ চমক ॥
শৰে ক্ষত বিক্ষত ৰুধিৰ বহি যায়।
চাহিবাক নপাৰয় দূৰতে পলায় ॥ ২৪০৯৭
সেহি সময়ত পশ্চিমৰ ৰাজাগণ।
বহু বীৰগণে অৰ্জ্জুনক দিলা ৰণ ॥
অৰ্জ্জুনকে গোবিন্দকে ছাইল বহু শৰে।
মধ্যাহ্নৰ হন্তে ভাটি দিলা দিনকৰে ॥ ২৪০৯৮
সেহি সময়ত ৰাজা তোমাৰ তনয়।
দ্ৰোণৰ কৱচ পিন্ধি সমৰে নিৰ্ভয় ॥
পাণ্ডৱে পাণ্ডৱে মহাবেগে আগ ভৈল।
বৰ বৰ বীৰগণ তান আগে গৈল ॥ ২৪০৯৯
পশ্চিমৰ ৰাজা সমে পাণ্ডৱ প্ৰচণ্ড।
দুৰ্ঘোৰ সমৰ কৰিলেক এক দণ্ড ॥
ৰথ ধ্বজ কাটি বীৰে কৰিলা কদন।
শিৰ ছেদি পঠাইলন্ত যমৰ সদন ॥ ২৪১০০
সাগৰক দেখি যেন নদী নোলোটয়।
ক্ষত্ৰিয়ো সমৰ দেখি বিমুখ নহয় ॥
সমৰক দেখি ভয়াতুৰ দূৰ যায়।
বেদধ্বনি শুনি যেন পাষণ্ড পলায় ॥ ২৪১০১
ৰথবৃন্দ ভেদি বাজ ভৈল বীৰবৰ।
ৰাহুত মুকুত যেন ভৈল শশধৰ ॥
যেন দুই মাছ জাল ফালি বাজ ভৈল।
যেন কাল সূৰ্য্য দুই একথান ভৈল ॥ ২৪১০২
দুই গোটা মাছ যেন ওমলে সাগৰে।
সেহি থান দেখয় অৰ্জ্জুন দামোদৰে ॥
অদভুত দেখি সেনা তৱধ নয়ন।
অন্যো অন্যে গলাবাৰ বুলিয়া বচন ॥ ২৪১০৩

পূৰ্ব্বে হেন মাগিলেক কৌৰৱসকলে।
অৰ্জ্জুনক জিনিবা দ্ৰোণৰ বাহুবলে ॥
কিনো বিপৰীত ভৈল,জিনিলে দ্ৰোণক।
কৃতবৰ্ম্মা জিনি জিনিলেক কাম্বোজক ॥ ২৪১০৪
কৌৰৱ বাহিনী দেখোঁ সাগৰ সঙ্কাশ।
দুই ব্যূহ ভেদি পাইল সৈন্ধ্যৱক পাশ ॥
মুণ্ড তুলি তুলি সৈন্ধৱক নিহালন্ত।
পাইলেক সমীপ জানো যেন বেগৱন্ত ॥ ২৪১০৫
অৰ্জ্জুনৰ চক্ষু জয়দ্ৰথ পাশে যাৱে।
কোনে ৰাখিবেক জয়দ্ৰথ জীৱন্তাৱে ॥
যিবা ছয় ৰথী ৰক্ষা আছে সৈন্ধৱৰ।
কুকো নসহিব এক অৰ্জ্জুন বীৰৰ ॥ ২৪১০৬
বজ্ৰ ধৰি ইন্দ্ৰে যাৰ নপাৰিল সহে।
সিকি অৰ্জ্জুনৰ ঠেলা ছয় বীৰে সহে ॥
দুইহানো শৰীৰে দেখো শৰে জৰ্জ্জৰিত।
গেৰুধাৰা সম শৰ বহয় শোণিত ॥ ২৪১০৭
তথাপিতো জ্বলে দুই বদন মণ্ডল।
জানিলোঁ কৌৰৱদল গৈল ৰসাতল ॥
জনৰ আশঙ্কা শুনি বৰ ৰঙ্গ পাইল।
অৱশেষ ৰথবৃন্দ ত্বৰিতে এৰাইল ॥ ২৪১০৮
সূচি সমন্বিতে পথ ব্যূহ দেখিলন্ত।
মনে মনে গুণি আদি অন্ত বুজিলন্ত ॥
ব্যূহমুখে ৰৈয়া আছে ছয় মহাৰথ।
ছয়ৰো পাচত আছে দুষ্ট জয়দ্ৰথ ॥ ২৪১০৯
ধ্বজৰ বাৰাহ বৰ সূৰ্য্য সম জ্বলে।
বিদুৰত দেখিলা অৰ্জ্জুন দামোদৰে ॥
সৈন্ধৱক দেখি শতগুণে উল্লাসিলা।
গুচিল সংশয় মহাবেগে ধাই গৈলা ॥ ২৪১১০
মাংসখণ্ড দেখি যেন শেনে জাম্প দিলা।
ছয় মহাৰথী ধনঞ্জয়ক খেদিলা ॥
অৰ্জ্জুনক দেখি উসমিস লাগি গৈলা।
চতুৰঙ্গ দলে সমৰক সাজ ভৈলা ॥ ২৪১১১
হৃদয় কাম্পয় তভো নাই পাচভৰি।
সকলে থাকিলা জয়দ্ৰথক আৱৰি ॥

এতেকতে তোমাৰ তনয় মহাভাগ।
দেখে ধনঞ্জয় দ্বৈৰথক পাইলা লাগ ॥ ২৪১১২
দ্ৰোণৰ কবচ পিন্ধি নিৰ্ভয় শৰীৰ।
চতুৰঙ্গে অৰ্জ্জুনৰ আগে ভৈলা থিৰ ॥
নৃপতিক দেখি কুৰুগণে কৰে ৰঙ্গ।
একে জোপে বাৰে ঢাক ঢোল যে মৃদঙ্গ ॥২৪১১৩
মহাবীৰগণে কৰিলেক সিংহনাদ।
শঙ্খৰ ধ্বনিতে ভৈল গগনে সম্বাদ ॥
মাধৱে দেখন্ত দুৰ্য্যোধন আগ ভৈলা।
অৰ্জ্জুনক চাই হেন বচন বুলিলা ॥ ২৪১১৪
দেখিয়োক সখি,কেনে সঙ্কট মিলিল।
কাৰ্য্যৰ বেলাত দুষ্টে বিঘিনি পাতিল ॥
পৃথিৱীত খ্যাত দুৰ্য্যোধন মহাবীৰ।
লঘুহস্ত দৃঢ়ধনু সমৰত থিৰ ॥ ২৪১১৫
ৰথে গজে প্ৰহাৰণে দৃঢ় যুদ্ধ জানে।
মুখে বাঢ়ি আছে মহাৰথীগণ জানে ॥
সন্নিধে যুজিবা সখি দেখিয়ো প্ৰমাণ।
আজি যুদ্ধে সীমা জয় ভঙ্গ বিদ্যমান ॥ ২৪১১৬
মই জানোঁ সখি আজি তোমাৰেসে ভাগ।
সকলৰ মূলক হাততে পাইলা লাগ ॥
দ্বাদশ বৎসৰ মানে দুখ পাইলা বনে।
অজ্ঞাতবাসৰ দুখ গুণিছাহা মনে ॥ ২৪১১৭
স্মৰিয়ো দ্ৰৌপদীৰ দুখ যত যত।
সবেখানি সমৰ্পিবা তাহান মুণ্ডত ॥
কপটে খেলিলে পাশা ৰাজ্য লৈলে কাঢ়ি।
মাতিলেক বহুবিধ বিকৰ্থনা কৰি ॥ ২৪১১৮
যাজ্ঞসেনী দ্ৰৌপদীৰ কেশ আজুৰিল।
বস্ত্ৰ কাঢ়ি লৈল আৰু ঊৰু দৰশাইল ॥
গুৰুজন মাজে যত লাঞ্ছনা মাতিল।
হৃদয়ত আছে কিবা কিবা পাসৰিল ॥ ২৪১১৯
এতেকে সুমৰি কৰিয়োক পৰাক্ৰম।
জানিলোঁহো আক টানি আনিয়াছে যম ॥
সুখে বাঢ়ি আছে ৰাজা মদগৰ্ব্ব ভাৱ।
নজানয় কেন বীৰ মধ্যম পাণ্ডৱ ॥ ২৪১২০
দেৱাসুৰগণে যাক দেখি পলাই ভাগি।
তাক খেদি আসে মূঢ়ে মৰিবাক লাগি ॥
এহি বীৰ তৰুবৰ সমূলে উদ্ধাৰ।
অৱভৃথ স্নান হৌক বৈৰস্ত যজ্ঞৰ ॥ ২৪১২১
অৰ্জ্জুনে বোলয় সখি আছয় মনত।
তাক লাগি মোৰ ৰথ বাহিয়োক দ্ৰুত ॥
ৰাজা যুধিষ্ঠিৰ দ্ৰৌপদীৰ মান সাৰোঁ।
আপোন পৌৰুষ ৰাখোঁ পাপিষ্ঠক মাৰোঁ ॥২৪১২২
পৃথিৱীৰ যত ৰত্ন জিনিয়া আনিলোঁ।
মন্দমতি দুৰ্য্যোধন ভস্মত হুনিলো ॥
মোৰ ৰাজ্য কাঢ়ি লৈয়া ভুঞ্জে ৰঙ্গমনে।
তাক স্মৰি এতকাল জীওঁ কি কাৰণে ॥ ২৪১২৩
এহি বুলি নাৰায়ণে ডাকিলন্ত ৰথ।
দুৰ্য্যোধনে খেদি আসি ভেণ্টিলেক পথ ॥
তাক দেখি কৌৰৱৰ বোল উথলিল।
সাধু সাধু বুলি দুৰ্য্যোধনক পূজিল ॥ ২৪১২৪
নৃপতিৰ বিক্ৰম দেখিয়া ধনঞ্জয়।
ক্ৰোধে বহ্নিকুণ্ড যেন দশন চোবায় ॥
শঙ্খনাদ কৰি বীৰে পূৰিলা গগন।
পাঞ্চজন্য শঙ্খ ফুঙ্কিলন্ত নাৰায়ণ ॥ ২৪১২৫
দেখি কুৰুসেনাগণ ভয় ভীত ভৈল।
দুৰ্য্যোধন ৰাজা মাৰিবাক লাগি গৈল ॥
অৰ্জ্জুন অনল ঘৃতাহুতি দুৰ্য্যোধন।
এহি বুলি দশোদিশে কান্দে বীৰগণ ॥ ২৪১২৬
সেনাৰ বিকল দেখি ৰাজা দুৰ্য্যোধন।
আশ্বাসিয়া সবাহাক্তে বুলিলা বচন ॥
চাহিয়া থাকিবা ৰঙ্গে নকৰিবা ভয়।
কৃষ্ণ ধনঞ্জয়ক পেসিবো যমালয় ॥ ২৪১২৭
হেন বুলি মহাক্ৰোধে ৰাজা দুৰ্য্যোধন।
আগক চলিলা কৰিবাক লাগি ৰণ ॥
কহে ৰাম সৰস্বতী এৰা আন কাম।
সংসাৰ তৰিয়ো ডাকি বোলা ৰাম ৰাম ॥ ২৪১২৮

---

দুৰ্য্যোধনৰ গৰ্ব্ব

দুলড়ী

সেনাক সম্মুখি মাতে মন্দবুদ্ধি
গৈলা অৰ্জ্জুনৰ পাশে।
অৰ্জ্জুনক চাই গৰ্জ্জি অৱগাই
বুলিলা ঈষত হাসে ॥
শুনৰে অৰ্জ্জুন শুনি মনে গুণ
যেবে হোৱা পাণ্ডুসুত।
শিখি আছা শৰ দেৱ মনুষ্যৰ
দেখায়ো মোত প্ৰস্তুত ॥ ২৪১২৯
তুমি শুনি আছো খাণ্ডৱ দহিলা
ইন্দ্ৰক জিনিলা ৰণে।
নিপাত কৰচ কালকেয়গণ
জিনিলা পৌলোমীগণে ॥
পাণ্ডুপুত্ৰ শৰে হিৰণ্যৰ পুৰে
দানৱ কৰিলা নাশ।
শঙ্কৰ তোষণ তৰ পৰাক্ৰম
মোতেসে কৰা প্ৰকাশ ॥ ২৪১৩০
মই পাঞ্চালীৰ কেশ আজুৰিলোঁ
বলে কাঢ়ি বস্ত্ৰ লৈলোঁ।
ৰাজ্য কাঢ়ি লৈলোঁ লাঞ্ছনা কৰিলো
বনবাসে নিয়া থৈলোঁ ॥
জলত বুৰাইলোঁ বিষক খুৱাইলোঁ
জুনাই সুমৰাইলোঁ আমি।
আছে মুনিষালি হোৱা মহাবলী
বিক্ৰম দেখায়ো তুমি ॥ ২৪১৩১
সবে বেঢ়ি তৱ পুত্ৰক মাৰিলোঁ
সৈন্ধৱে কৰিলে কিস।
দ্ৰোণত পলায়া পিম্পৰা মাৰিয়া
দেখাইলা বৰ মুনিষ ॥
কৃষ্ণ সমে সাজি পাৰি আসন্তোক
লক্ষ অৰ্জ্জুনৰ জাম্পে।
মোক নিজিনিলে সৈন্ধৱ ৰাজাক
বধিবা কাহাৰ বাপে ॥ ২৪১৩২

কৃষ্ণৰ তোমাৰ যত পৰাক্ৰম
সবে আছোঁ থিক থিক।
মই হেন শত্ৰু হাতে হাতে পায়া
সমৰে নামাৰা কিক ॥
জানিলোঁ গাৱত বল বীৰ্য্য নাই
বচন মাতৰ খৰ্ব্ব।
আপোন হাতত আজি লাগ পাইলোঁ
সকলে ভাঙ্গিবো গৰ্ব্ব ॥ ২৪১৩৩

---

দুৰ্য্যোধন-অৰ্জ্জুনৰ ৰণ

পদ

এহি বুলি তিনি শৰ হানিয়া পঠাইল।
অৰ্জ্জুনৰ হৃদয়ৰ মাজে সৰকাইল ॥
চাৰি শৰে চাৰি ঘোঁৰা ভেদি নিৰন্তৰে।
দশ শৰে মাধৱক ভেদিলা সত্বৰে ॥ ২৪১৩৪
কৃষ্ণৰ চাবুক হাতে সূৰ্য্য সম জ্বলে।
দুৰ্য্যোধন ৰাজা তাক কাটিলেক ভল্লে ॥
খৰ্ব্ববাণী শুনিয়া বিক্ৰম বৰ দেখি।
অৰ্জ্জুনে খেপিলে বাণ থানিকো নাপেখি ॥ ২৪১৩৫
চতুৰ্দ্দশ বাণ নৃপতিৰ গাৱে পৰি।
কিঞ্চিতেকো নেভেদিল শৰচ্ছেদ কৰি ॥
শৰ মিছা ভৈল দেখিলন্ত পাণ্ডুসুত।
পাঞ্চ শৰ লৈলা যেন পাঞ্চ যমদূত ॥ ২৪১৩৬
কৰ্ণমানে ধনু টানি পঠাইল খেপিয়া।
কৱচত পৰি সিটো গৈল উফৰিয়া ॥
আৰু নব বাণ প্ৰহাৰিলা মহাভাগ।
কৱচত পৰিয়া খোখোৰা ভৈল আগ ॥ ২৪১৩৭
হেন দেখি বুলিলন্ত দৈৱকীতনয়।
কিনো বিপৰীত যেন শিলা ওপঙ্গয় ॥
বজ্ৰকো ভেদিবে পাৰে তোমাৰ মাৰ্গণ।
পাপিষ্ঠৰ শৰীৰত কেনে ভৈলা ভগ্ন ॥ ২৪১৩৮
কিবা ধনু খিন কিবা মুঠি খিন ভৈল।
কিবা পাণ্ডুৰ আজি কাল অন্ত ভৈল ॥

স্বৰূপ কহিয়ো মোত সখি ধনঞ্জয় ।
শৰচ্ছন্ন দেখি মোৰ পৰম বিস্ময় ॥ ২৪১৩৯
অৰ্জ্জুনে বোলয় সখি জানোঁ অনুমানে ।
অভেদ কৱচ বান্ধিলন্ত গুৰুদ্ৰোণে ॥
তিনিও ত্ৰৈলোক্য আছে মাজে কৱচৰ ।
তাতে পৰি নিষ্ফল সকল দিব্য শৰ ॥ ২৪১৪০
এহিটো কৱচ দ্ৰোণে পূৰ্ব্বে দিলা মোক ।
পুনৰপি পুৰন্দৰে নিলা স্বৰ্গলোক ॥
বজ্ৰ হানি ইন্দ্ৰে নোৱাৰন্ত ভেদিবাক ।
তভো ৰণ্ডভণ্ড কৰি খেদিবো ইহাক ॥ ২৪১৪১
একেসে কাৰ্য্যত মোৰ মনত বিস্ময় ।
ত্ৰৈলোক্যৰ কথা তৱ মনত আছয় ॥
তুমি হনু নজানিলা আমাত পুছিলা ।
কিন্তু নজানিলা বুলি মোক বিড়ম্বিলা ॥ ২৪১৪২
উপজোক কৱচ ব্ৰহ্মাৰ উদৰত ।
গুৰুদ্ৰোণে বান্ধন্ত ৰাজাৰ শৰীৰত ॥
তথাপিতো আজি দৰশিবো বাহুবল ।
গাণ্ডীৱ ধনুৰ বল দেখোক সকল ॥ ২৪১৪৩
আজি যেবে ৰণ্ডভণ্ড নোহে দুৰ্য্যোধন ।
তিৰীয়ো খুজিব এহি কৱচ বন্ধন ॥
এহি বুলি সৰ্ব্ব বিদাৰণ তিনি বাণে ।
ধনুত জুৰিয়া টানিলন্ত কৰ্ণমানে ॥ ২৪১৪৪
অশ্বত্থামা দেখে দুৰ্য্যোধনৰ নিৰ্য্যাণ ।
দ্ৰুতে হানিলন্ত সৰ্ব্বছেদ তিনি বাণ ॥
ধনুগুৰ্ণ হাততে কাটিলা তিনি বাণ ।
ছিদ্ৰ জানি মাজতে কৰিলা দুইখান ॥ ২৪১৪৫
অৰ্জ্জুনে বোলন্ত ইটো কাহাৰ মহিমা ।
চক্ষু ফুৰাই দেখিল কাটিল অশ্বত্থামা ॥
মাধৱত কহিলন্ত শৰ ভৈল ছেদ ।
গুৰুপুত্ৰে জানন্ত শৰৰ তত্ত্বভেদ ॥ ২৪১৪৬
গুণমাজে ছেদিলন্ত সৰ্ব্বছেদ বাণ ।
মাধৱে বোলন্ত দুনাই কৰিয়ো সন্ধান ॥
অৰ্জ্জুনে বোলন্ত সখি সৰ্ব্ব এতমান ।
দুনাই যুযুজিয়ো অৰ্ব্ব বিদাৰণ বাণ ॥ ২৪১৪৭
দুবাৰ জুৰিলে শৰে মাৰে আপুনাক ।
চাই থাকা কেন কৰো পাপিষ্ঠ ৰাজাক ॥
তেতিক্ষণে দুৰ্য্যোধনে নৱ নৱ বাণে ।
কৃষ্ণ ধনঞ্জয়ক ভেদিলা ৰৰ টানে ॥ ২৪১৪৮
আৰো বাছি বাছি মাৰিলন্ত শৰজাক ।
ৰথী ৰথ হয় ধ্বজ সবে ছানিলেক ॥
হেন দেখি কৌৰৱৰ আনন্দ মিলিল ।
শঙ্খ সিংহনাদে স্বৰ্গমণ্ডল পূৰিল ॥ ২৪১৪৯
মহাক্ৰোধে ধনঞ্জয় চোবান্ত দশন ।
ওষ্ঠৰ পাণ্ডৱ চেলেকন্ত ঘনে ঘন ॥
মনে মনে গুণি বীৰে কৰিলন্ত সাৰ ।
চাৰি ঘোঁৰা মাৰি নিলা যমৰ দুৱাৰ ॥ ২৪১৫০
দুনাই শৰে ৰথধ্বজ কাটিয়া পেলাইল ।
দুই পাখি সাৰথিৰ শিৰ আলগাইল ॥
একেশৰে হাতৰ কাটিলা দিব্য ধনু ।
শৰ মাৰিবাৰ ছিদ্ৰ নাই সবে তনু ॥ ২৪১৫১
জানিলন্ত বীৰে পাচে মনে গুণি চাই ।
দুই হাত তলত কৱচ বন্ধ নাই ॥
দৃঢ় কৰি হাস্ততে ভেদিলা ছিদ্ৰ পাই ।
উফৰি পৰিল ৰাজা মুখে মাটি খাই ॥ ২৪১৫২
আপোনাৰ ৰাজাক দেখিল মূৰ্চ্ছাগত ।
অৰ্জ্জুনক বেঢ়িলেক কোটি কোটি ৰথ ॥
সজাইল সাজিল মত্তগজ গৈল ধাই ।
পদাতি কটক গৈল চৌভিভি জপ্টাই ॥ ২৪১৫৩
একাৰ্ণৱ কৰি বৰিষয় শৰধাৰ ।
শৰময় দশোদিশ দিনতে আন্ধাৰ ॥
অৰ্জ্জুনক নেদেখি নেদেখি গোবিন্দক ।
ৰথখান নেদেখয় নেদেখি ধ্বজক ॥ ২৪১৫৪
তাসম্বাৰ বেগ দেখি বীৰ ধনঞ্জয় ।
শৰ বৰষিয়া কৰিলেক একাৰ্ণৱ ॥
সমস্তে কাটিল কৌৰৱৰ শৰজাল ।
মাৰিলন্ত ৰথ বাখি তুৰঙ্গ মাতঙ্গ ॥ ২৪১৫৫
কাটিলন্ত গাণ্ডি মুণ্ড উৰু ভুক খণ্ড ।
চৰণ কঙ্কাল কৰিলন্ত খণ্ড খণ্ড ॥

এক ভিতি হস্তে ধনঞ্জয় নিলা কাটি।
আগবাঢ়ি বাঢ়ি চাপি যায় বায়ু ভাটি ॥ ২৪১৫৬
সিয়ো দল মাৰি জানা যাই যমঘৰ।
ছুনাই আন সেনাপাতে তাহাৰ উপৰ ॥
তাকো মাৰি ধনঞ্জয়ে নেন্ত যমঘৰ।
তৰপে তৰপে ভৈল পৰ্ব্বত আকাৰ ॥ ২৪১৫৭
বায়ু পাতি মুণ্ড তাড়ি ছুই দণ্ড পথে।
যেনে তেনে ধৰিলন্ত অৰ্জ্জুনৰ ৰথে ॥
তাকো ধনঞ্জয়ে নিৰন্তৰে সংহাৰন্ত।
ইদল মাৰিলে আসি আউৰ দলে ধান্ত ॥ ২৪১৫৮
কাটন্তে কাটন্তে ধনঞ্জয়ে ভাগৰিল।
গোবিন্দো বিস্ময়ে ৰথে তম্ভিয়া ৰহিল ॥
দিব্য চাৰি ঘোঁৰা নকাঢ়য় একো ভৰি।
অৰ্জ্জুনক সম্বোধিয়া বুলিলন্ত হৰি ॥ ২৪১৫৯
সখি ধনঞ্জয় কিয় থাকিল উমলি।
গুৰুতৰ কাৰ্য্য আছে শীঘ্রে যাওঁ চলি ॥
শৰ বৰিষিয়া ধনু টঙ্কাৰিয়ো টানে।
ময়ো শঙ্খ ফুঙ্কো গাৱে বল আছে মানে ॥২৪১৬০
শবদতে সবাৰে হৰোক তেজ বল।
পাচে ৰথ ডকাই চলিয়োক অবিকল ॥
গোবিন্দৰ বাণী শুনি পাণ্ডুৰ কুমাৰ।
দৃঢ়ধনু টঙ্কাৰিয়া প্ৰহাৰিলা শৰ ॥ ২৪১৬১
চটচটি তলে তলে শব্দ উথলিল।
পাঞ্চজন্য শঙ্খ হৰি ছুনাই ধৰিল ॥
মুখে ধৰিলন্ত আনি ফুঙ্কিবাৰ আশে।
নীলোৎপল মাজে যেন ফটিক প্ৰকাশে ॥২৪১৬২
আপুনাৰ বলে শঙ্খ ফুঙ্কিলন্ত স্বামী।
নয়ন তৰধ ভৈল মুখ গৈল ঘামি ॥
কিনো ভৈল দৈত্য পাঞ্চজন্যৰ শৰীৰ।
গোবিন্দৰ বলতো নভৈল চিৰাচিৰ ॥ ২৪১৬৩
শুনিয়া শঙ্খৰ নাদ ধনুৰ টঙ্কাৰ।
অন্নশত প্ৰাণী গৈল যমৰ দুৱাৰ ॥
বৰ বৰ বীৰগণো ভৈলেক মোহিত।
ৰথৰ গজৰ হস্তে পৰিলা ভূমিত ॥ ২৪১৬৪
এৰাই ৰথখান বায়ু সঞ্চাৰে লৰিল।
মৰাৰথ কুঞ্জৰৰ উপৰে চলিল ॥
গোবিন্দে ডাকিলা ৰথ তাহাৰ উপৰে।
সিংহ যেন চৰি গৈল পৰ্ব্বত উপৰে ॥ ২৪১৬৫
যত বাৰ আছে সৈন্ধৱক অনুসৰি।
হৃদয় কম্পয় দেখি ধনঞ্জয় হৰি ॥
অন্যো অন্যে বোলে হেৰা অৰ্জ্জুনে পাইলন্ত।
মুণ্ড তুলি সৈন্ধৱক নিহালি চাহন্ত ॥ ২৪১৬৬
একজড়ি হুয়া ধনঞ্জয়ক যুজিবো।
সৈন্ধৱক ৰাখিবাহা পাচ নুগুণিবো ॥
আপোন পৰৰ কাৰ্য্য ভাল কৰি চাইবা।
সাৰহিতে থাকিবা বুদ্ধিত নঘাটিবা ॥ ২৪১৬৭
যেৱে সমৰত মৰা স্বৰ্গলোকে যাইবা।
যেৱে যুদ্ধে জীলা তেৱে বৰ যশ পাইবা ॥
এহিবুলি বীৰগণে ধনু টঙ্গাৰিল।
শঙ্খধ্বনি কৰি মহীমণ্ডল পূৰিল ॥ ২৪১৬৮
একেলগে ঘোৰ শঙ্খনাদ উথলিল।
নিৰন্তৰে ঢাকঢোল মৃদঙ্গ বাজিল ॥
শঙ্খধ্বনি কৰিলন্ত কৃষ্ণ ধনঞ্জয়।
পাতাল পৃথিৱী সবে ভৈল একাৰ্ণৱ ॥ ২৪১৬৯
আকাশ পূৰিয়া শব্দ দশোদিশে গৈল।
সমৰ মাজত আসি প্ৰতিধ্বনি ভৈল ॥
সুখে ভুঞ্জে মহাজনে যেন পাৱে নিধি।
নীচজনে নিধি পাইলে খাইবে নেদে বিধি ॥২৪১৭০
পূৰ্ব্বৰ সাঞ্চিত নষ্ট প্ৰাণৰ সংশয়।
তেনয় অৱস্থা ভৈল তোমাৰ তনয় ॥
অভেদ কৱচ পিন্ধি যুজিবাক গৈলা।
বাছি বাছি বীৰগণ অসংখ্যাত লৈলা ॥ ২৪১৭১
আছোক ৰণ জিনিবে প্ৰাণকো হতা হন্তি।
অসংখ্যাত বীৰ মৰাই ভৈল কুখিয়াতি ॥
নৃপতিৰ মন্দবুদ্ধি তোমাৰ তনয়।
পৃথিৱী মণ্ডল মানে কৰিলন্ত ক্ষয় ॥ ২৪১৭২
সবাকে মৰাই ৰাজা চৰি একে ৰথে।
আতি শীঘ্ৰ কৰি গৈলা যথা জয়দ্ৰথে ॥

ৰাজায়ে সহিতে নয় বীৰ অনিৰ্ব্বাৰ।
সৈন্ধৱক ৰাখি অৰ্জ্জুনক দিলা ধাৱ ॥ ২৪১৭৩
অসংখ্যাত ৰাজাগণো ধাইল অৰ্জ্জুনকে।
সবাকো তাড়িল্ন বিষ্ণু প্ৰত্যেকে প্ৰত্যেকে ॥
প্ৰথমতে অশ্বত্থামা ষাঠিপাট শৰে।
গোবিন্দৰ হৃদয়ত ভেদি দৃঢ়তৰে ॥ ২৪১৭৪
অৰ্জ্জুনকো তিনি ভল্লে কৰিলা সন্ধান।
চাৰিশৰ ঘোঁৰাক ধ্বজক এক বাণ ॥
শৰচোটে ধনঞ্জয় কোপে কম্পমান।
দ্ৰৌণীক তাড়িলা ঘোৰ ছয় শত বাণ ॥ ২৪১৭৫
বৃহৎসেন বীৰক তাড়িলা তিনি শৰে।
কৰ্ণক দ্বাদশ শৰে ভেদিলা সত্বৰে ॥
শৈল্য নৃপতিৰ ধনু মুঠিতে কাটিল।
শৈল্য ধনু ধৰি তেতিক্ষণে গুণ দিল ॥ ২৪১৭৬
অৰ্জ্জুনক ভেদিলন্ত কুৰি গোটা বাণে।
ভুৰিশ্ৰৱা তিনি বাণ কৰিলা সন্ধানে ॥
কৰ্ণে কুৰি শৰে বৃষসেনে দশ ভল্লে।
দশগোটা শিলীমুখ হানিলেক শৈল্যে ॥ ২৪১৭৭
সৈন্ধৱে সত্তৰি কৃপে খুৰ দশপাটে।
শৈল্যে দশপাট শৰ ভেদিলা ললাটে ॥
ষাঠি শৰে অশ্বত্থামা ভেদি অৰ্জ্জুনক।
সত্তৰি শায়কে তুনাই ভেদিলে কৃষ্ণক ॥ ২৪১৭৮
তুনাই অসিবিষ সম পাঞ্চপাট শৰে।
অৰ্জ্জুনৰ হিয়াত মাৰিলা দৃঢ়তৰে ॥
তাসম্বাৰ বিক্ৰম দেখিয়া পাণ্ডুসুতে।
সবাৰো হৃদয় ভেদিলন্ত বৰ দ্ৰুতে ॥ ২৪১৭৯
তিনি শৰে বৃষসেনে দ্বাদশে কৰ্ণক।
তুনাই ধনু কাটি শৰে ভেদিলা সৈন্যক ॥
ভুৰিশ্ৰৱা বীৰক ভেদিলা তিনি বাণে।
শাল্বক কৰিলা দশ শৰৰ সন্ধানে ॥ ২৪১৮০
অগ্নিসম দশ শৰে দ্ৰৌণীক ভেদিল।
কুৰি শৰ কৃপৰ হৃদয়ে সমৰ্পিল ॥
শতেক মাৰ্দ্দনে জয়দ্ৰথক ভেদিলা।
সত্তৰি শায়কে তুনাই দ্ৰৌণীক মুটিলা ॥ ২৪১৮১
ভুৰিশ্ৰৱা বাৰে নাৰায়ণৰ হাতৰ।
চাবুক কাটিলা ঘোৰতৰ এক শৰ ॥
পুনৰপি সত্তৰি ত্ৰিতয় ঘোৰ বাণে।
অৰ্জ্জুনক তাড়িলন্ত মৰ্ম্ম মৰ্ম্ম স্থানে ॥ ২৪১৮২
শৰচোটে ধনঞ্জয় কোপে অপমানে।
গোটে গোটে প্ৰহাৰিলা শত শত বাণে ॥
ধনুৰ টঙ্কাৰে পূৰিলেক দিশ পাশ।
শৰবৃষ্টি কৰি বীৰে ছানিলা আকাশ ॥ ২৪১৮৩
কৰ্ণ প্ৰতিমুখে তোমাথেৰ সেনাগণ।
শৰবৃষ্টি কৰি বীৰে ছাইলেক গগন ॥
নিচিনি আপোন পৰ দিনতে আন্ধাৰ।
নিৰ্ঘাত পৰয় যেন ধনুৰ টঙ্কাৰ ॥ ২৪১৮৪
সুবৰ্ণ কৱচ সুবৰ্ণৰ অলঙ্কাৰ।
বিজুলী চমকে যেন কৰে জাতিকাৰ ॥
সুবৰ্ণভূষিত শৰ বিদ্যুত সঞ্চাৰে।
শুক্ল ছত্ৰসব চন্দ্ৰ সম শোভা কৰে ॥ ২৪১৮৫
ধৃতৰাষ্ট্ৰ নৃপতিত সঞ্জয়ে কহিলা।
আঢ়ৈ প্ৰহৰত সমৰক আৰম্ভিলা ॥
সন্ধ্যা সময়ক লাগি এনে যুদ্ধ ভৈল।
অৰ্জ্জুনৰ হাতে বীৰগণ ক্ষয় গৈল ॥ ২৪১৮৬
কৰ্ণ ভয় হুয়া নিবৰ্দ্ধিলা বৰ জ্ঞান।
কাম্বোজ সৈন্ধৱ ঘোঁৰা ৰণে আগুৱান ॥
মত্তগজ বিনে আন গজে সুযুজয়।
প্ৰসিদ্ধ যে বীৰেসে সমৰ কৰে তয় ॥ ২৪১৮৭
চিৰকাল অস্ত্ৰ সাধিলেক বীৰগণে।
সেহি অস্ত্ৰ আজি দৰশিলে ঘোৰ ৰণে ॥
মনুষ্যৰ শৰ ৰণ ভৈলা সমাগম।
দেৱ দিব্য অস্ত্ৰ দৰশিলে পৰাক্ৰম ॥ ২৪১৮৮
যশকেসে আশা মৰণক পিঠি দিল।
সৈন্ধৱৰ নিমিত্তে প্ৰাণকো উছৰ্গিল ॥
আগবাঢ়ে পাচগুচে বীৰৰ আন্দোল।
কৈত কোন মৰে সুশুনয় মাত বোল ॥ ২৪১৮৯
একজৰী হুয়া যুদ্ধ কৰে বীৰগণ।
শঙ্খধ্বনি সিংহনাদ কৰে ঘনে ঘন ॥

কতো কতো বীৰগণে যুজে গোটে গোটে ।
পাচগুচি থাকে অৰ্জ্জুনৰ শৰচোটে ॥ ২৪১৯০
কতো কতো ৰথী তাঙ্ক যুজে ভূমিপাৰে ।
ৰথত পৰিয়া থাকে মূৰ্চ্ছিত স্বভাৱে ॥
একেলগে কুৰুগণে কৰিল সমৰ ।
কটাক্ষো নভৈল তাত অৰ্জ্জুন বীৰৰ ॥ ২৪১৯১
যেহি দল আগ হোৱে সেহি দল মাৰে ।
পৰিবাৰ বেলা সেনা আৰ্ত্তনাদ কৰে ॥
অৰ্জ্জুনৰ হাতে কুৰুগণ ক্ষয় ভৈল ।
বিমানত চৰি সবে বৈকুণ্ঠত গৈল ॥ ২৪১৯২

### দ্ৰোণাচাৰ্য্যৰ লগত পাণ্ডৱৰ ৰণ

সঞ্জয় বদতি শুনা অম্বিকাতনয় ।
আতোধিক ব্যূহমুখে ভৈল ধুৰাৰ্জয় ॥
কুৰু পাণ্ডৱৰ ৰণ দ্ৰুতে মিলি গৈল ।
তাহাৰ মাজত গুৰু দ্ৰোণ আগ ভৈল ॥ ২৪১৯৩
সকল পাণ্ডৱগণ পাঞ্চালে সহিতে ।
দ্ৰোণৰ দলক ধাই গৈলা সাৰহিতে ॥
শৰবৃষ্টি কৰি ব্যূহমুখত আছিল ।
কুৰুগণে পাণ্ডৱক দেখিয়া জাম্পিল ॥ ২৪১৯৪
সমৰ মিলিল দুনাই উভয় দলৰ ।
দেৱাসুৰ সমৰ নোহয় সমসৰ ॥
দ্ৰোণক বেঢ়িয়া পাণ্ডৱৰ বীৰজাক ।
গৰ্জ্জন কৰিয়া প্ৰহাৰিলা শৰজাক ॥ ২৪১৯৫
দ্ৰোণকেসে ধাই গৈল সকলে পাণ্ডৱ ।
মহাৰঙ্গে গোটে গোটে যুজন্ত কৌৰৱ ॥
কোশলৰ ৰাজা বৃদ্ধক্ষেত্ৰ বুলি যাক ।
ধাই গৈয়া দ্ৰোণক বোলয় থাক থাক ॥ ২৪১৯৬
তাহাৰ সপত্নী ভ্ৰাতৃ ক্ষেমধ্ৰুত নাম ।
নাইস বুলি বাট ভেণ্টিলেক যেন যম ॥
ধৃষ্টকেতু বীৰবৰ শিশুপালসুত ।
দ্ৰোণক লাগিয়া ধাইল যেন যমদূত ॥ ২৪১৯৭
বীৰসন্ধ বীৰে হাতে দৃঢ় ধনু ধৰি ।
দ্ৰোণক বাধিলা ধৃষ্টকেতুক নিবাৰি ॥

তোমাৰ তনয় দুয়ো বিকৰ্ণ দুৰ্ম্মুখ ।
সহদেৱ নকুলক ভৈলেক সম্মুখ ॥ ২৪১৯৮
সাত্যকিৰ পৰাক্ৰম দেখি চমৎকাৰ ।
বাঢ়ি গৈলা ব্যাঘ্ৰদণ্ড ৰাজাৰ কুমাৰ ॥
জটাসুৰ তনয় ৰাক্ষস অলম্বুষ ।
ভীমক ধাইলেক ক্ৰুতে কৰিয়া মুনিষ ॥ ২৪১৯৯
সোমদত্তসুত ভূৰিশ্ৰবা শুভানয় ।
তাৰ সঙ্গে যুজে পঞ্চ দ্ৰৌপদীতনয় ॥
সূৰ্য্যৰ সমান জ্বলে ৰাজা যুধিষ্ঠিৰ ।
তাহাঙ্ক সম্মুখ ভৈলা দ্ৰোণ মহাবীৰ ॥ ২৪২০০
সত্তৰি শায়ক ৰাজা কৰিলা সন্ধানে ।
ফুটিলেক গুৰু দ্ৰোণ মৰ্ম্ম মৰ্ম্ম স্থানে ॥
কষ্ট ভৈল দ্ৰোণ পাণ্ডৱৰ শৰচোটে ।
পঞ্চিশ নৰাচ মাৰি ভেদিল ললাটে ॥ ২৪২০১
তিনি শৰ হৃদয়ে সত্তৰি শৰ হানি ।
ৰথ ধ্বজ সাৰথি চক্ৰক থৈল ছানি ॥
যুধিষ্ঠিৰে দেখে আসে সত্তৰি শায়ক ।
দেখি খণ্ড খণ্ড কৰি ছেদিলেক তাক ॥ ২৪২০২
শৰ ছেদ দেখি পাচে দ্ৰোণে ছিদ্ৰ পাই ।
অনেক সহস্ৰ শৰ হানিয়া পঠাই ॥
হেৰা যায় হেৰা যায় সামৰ সামৰ ।
এহি বুলি নিৰন্তৰে বৰিষয় শৰ ॥ ২৪২০৩
তথাপিতো ক্ষমা নাই পুনু পুনু হানি ।
মাৰিলন্ত যুধিষ্ঠিৰ হেন মনে মানি ॥
ব্ৰাহ্মণৰ কটা ধনু আচাৰি পেলাইলা ।
সবাৰে মাজত আন ধনু তুলি লৈলা ॥ ২৪২০৪
ক্ৰোধ কৰি দ্ৰোণে যত শৰ প্ৰহাৰিলা ।
দুখণ্ড দুখণ্ড কৰি ৰাজায়ো ছেদিলা ॥
সবে শৰ ছেদি ভেদি দিলন্ত আটাস ।
ধনুখান থৈলন্ত ৰথৰ এক পাশ ॥ ২৪২০৫
হাতে তুলি লৈল পাচে শকতি প্ৰচণ্ড ।
আঠ গোটা ঘণ্টা বাজে সুৱৰ্ণৰ দণ্ড ॥
শকতি ধৰিয়া কৰিলন্ত সিংহনাদ ।
সকলে সেনাত ভৈল পৰম বিষাদ ॥ ২৪২০৬

স্বস্তি দ্ৰোণ স্বস্তি দ্ৰোণ ঘোষে সৰ্ব্বজনে।
বিমানত থাকিয়া বিস্ময় দেৱগণে ॥
সকল গাৱৰ বলে শকতি হানিলা।
ভকৰ ভকৰ কৰি অগনি উঠিলা ॥ ২৪২০৭
অগ্নিৰ কণিকা পৰে উফৰি উফৰি।
দশোদিশে সেনাৰ শুনিয়া হৰি হৰি ॥
দ্ৰোণে দেখিলন্ত বৰ শক্তিৰ প্ৰহাৰ।
সবে দেৱ অস্ত্ৰতো শকতি অনিৰ্ব্বাৰ ॥ ২৪২০৮
মনে গুণি ব্ৰহ্ম অস্ত্ৰ হাতে তুলি লৈলা।
মন্ত্ৰ অভিষেকি বীৰে হানিয়া পঠাইলা ॥
ব্ৰহ্ম অস্ত্ৰ চলিলেক দাৰুণ দুৰ্ব্বাৰ।
অমোঘ শকতি কৰিলেক ছাৰখাৰ ॥ ২৪২০৯
শক্তি ভস্ম কৰিয়া ৰাজাক লাগি যায়।
মৰিলেক ৰাজা বুলি সেনা আছে চাই ॥
যুধিষ্ঠিৰ নৃপতি বুদ্ধিত নঘাটিল।
ব্ৰহ্ম অস্ত্ৰ হানি ব্ৰহ্ম অস্ত্ৰ নিবাৰিল ॥ ২৪২১০
পাঞ্চশৰ মাৰি তাৰ হৃদয় ভেদিল।
গুৰুৰ হাতৰ খুৰে ধনুক ছেদিল ॥
কটা ধনুখান পাচে পেলাইলন্ত তদা।
ৰাজাৰ লাগিয়া পাচে হানিলন্ত গদা ॥ ২৪২১১
ঘোৰ গদা আসে ধৰ্ম্মৰাজে দেখিলন্ত ॥
আপোনাৰ গদা তাক লাগি হানিলন্ত ॥
অগ্নিকুণ্ড জ্বলিল গদাত গদা লাগি।
দুয়োগোটা গদা ধৰণীত গৈল ভাগি ॥ ২৪২১২
ক্ৰোধিলন্ত দ্ৰোণে যে শৰীৰ নসহয়।
চাৰি শৰ মাৰি মাৰিলন্ত চাৰি হয় ॥
একশৰে ধ্বজ কাটি আউৰ শৰে ধনু।
তিনি শৰে ধৰ্ম্মৰ যে ভেদিলন্ত তনু ॥ ২৪২১৩
ৰথভঙ্গে ভূমিত পৰিল ধৰ্ম্মৰায়।
উৰ্দ্ধবাহু কৰি ৰাজা দশোদিশে চায় ॥
নিৰাযুদ্ধ হুয়া ৰাজা আছে ভূমিগত।
জীৱন্তে ধৰিয়া আনোঁ এহি সময়ত ॥ ২৪২১৪
নিৰন্তৰে শৰ কৰি সবাকে মোহিলা।
আতি শীঘ্ৰবেগে নৃপতিৰ পাশে গৈলা ॥
পৱনৰ সঞ্চাৰে ৰাজাক খেদি যান্ত।
মৃগক দেখিয়া যেন সিংহৰ আক্ৰান্ত ॥ ২৪২১৫
হকৰাইলোঁ ৰাজাক কাৰ্য্যক হকৰাইলোঁ।
কাহাক ৰাখিবে লাগি যুজিবাক আইলোঁ ॥
পাণ্ডৱৰ দলত শুনিয়া হাহাকাৰ।
সহদেৱে দেখিলন্ত অৱস্থা ৰাজাৰ ॥ ২৪২১৬
আথবেথ কৰি আপোনাৰ ৰথে তুলি।
দ্ৰোণক এৰিয়া পলাইলন্ত জীওঁ বুলি ॥
ক্ৰোধদৃষ্টি ধনুত জুৰিয়া তিনি বাণ।
বৃহৎক্ষেত্ৰে হৃদয়ত কৰিলা সন্ধান ॥ ২৪২১৭
বৃহৎক্ষেত্ৰে নবৈ শৰে ভেদিলন্ত তাক।
মৰ্ম্মে মৰ্ম্মে ভেদিল অপৰ শৰজাক ॥
শৰচোটে ক্ষেমধৃতি কম্পমান তনু।
শৰহানি কৈকেয়ৰ কাটিলন্ত ধনু ॥ ২৪২১৮
হৃদয়ত ভেদিলন্ত দ্বাদশ নাৰাচে।
বৃহৎক্ষেত্ৰে আন ধনু ধৰিলন্ত পাচে ॥
তিল তিল কৰিয়া কাটিল তাৰ ৰথ।
চাৰি শৰে চাৰি ঘোঁৰা নিলা যমপথ ॥ ২৪২১৯
ধ্বজ ধনু সাৰথিক কৰিলা দুখান।
ধনুগুৰ্ণে হৰিল তীখাল ভল্লবাণ ॥
কুণ্ডলে মণ্ডিত শিৰ পেলাইলন্ত কাটি।
চন্দ্ৰসম শোভে শিৰ ধৰণীত লুটি ॥ ২৪২২০
যেন মত্ত হস্তীক যে ভূমিত পাৰিলা।
দ্ৰোণৰ আগত ব্যূহমুখে আৰোহিলা ॥
ধৃষ্টকেতু ৰাজা শিশুপালৰ তনয়।
বীৰ অৰ্দ্ধসমে যুজি কৰিলা প্ৰলয় ॥ ২৪২২১
যতেক কৰিলা শৰ তাৰো নাই সীমা।
কোনে কহিবেক তাৰ যুদ্ধৰ মহিমা ॥
যেন মত্ত হস্তী দুই হস্তিনী নিমিত্তে।
পৰ্ব্বত কন্দৰে যুজে বসন্ত কালতে ॥ ২৪২২২
দুইকো দুই শৰ হানে দুইকো দুই কাটে।
ধনু শৰ কাটি কৰয় উভত চাতে ॥
কুশ গাছ দিবে সন্ধি নাই দুইৰো গাৱে।
সুৰাসুৰ গন্ধৰ্ব্বে বিস্ময় হুয়া চাৱে ॥ ২৪২২৩

ত্ৰিগৰ্ত্তৰ বীৰধনু শাল্বৰ হাতত ।
ধনুখান কাটিয়া ভেদিলা হৃদয়ত ॥
ছেদীৰ ঋষভ ধৃষ্টকেতু বৰ চণ্ড ।
শক্তিগোট তুলি লৈল লোহাৰ কোদণ্ড ॥ ২৪২২৪
সকল গাৱৰ বলে শকতি হানিলা ।
গগনমণ্ডলে যেন তাৰা সঞ্চাৰিলা ॥
সন্ধানে হানিলা শক্তি হৃদয়ত পৰি ।
শকতিৰ বেগে মৰি পৰিল উফৰি ॥ ২৪২২৫
তাহাৰ যতেক বীৰ যুজিলা লগতে ।
খেদি খেদি পাণ্ডুগণে মাৰিলা সমস্তে ॥
দুৰ্ম্মুখ তোমাৰ পুত্ৰে পাণ্ডুৰ কুমাৰ ।
ষাঠিশৰে ভেদিলন্ত হৃদয় ভিতৰ ॥ ২৪২২৬
সহদেৱে দশ শৰে ভেদিলা দুৰ্ম্মুখে ।
তাহাঙ্কো ভেদিলে ভল্লে দুৰ্ম্মুখো সম্মুখে ॥
ভল্ল হানি সহদেৱে ধ্বজক কাটিলা ।
চাৰি শৰে চাৰি ঘোঁৰা যমঘৰে নিলা ॥ ২৪২২৭
সাৰথিৰ শিৰ কাটি বেলগাইল তনু ।
খুৰ বাণ হানি তাৰ কাটিলন্ত ধনু ॥
পাঞ্চগোটা নাৰাচে হৃদয় ভেদি তাক ।
মাদ্ৰীৰ তনয়ে তাক লগাইলেক চক্ক ॥ ২৪২২৮
শৰচোটে দুৰ্ম্মুখ ভৈলেক লাল কাঁল ।
নিৰমিত্ৰে নপাইলে তহিতে হবে কাল ॥
দুৰ্ম্মুখক ৰথে তুলি নিৰমিত্ৰে যান্ত ।
সহদেৱে খেদি যান্ত সিংহৰ আক্ৰান্ত ॥ ২৪২২৯
ভল্লবাণ হানি ভেদিলন্ত হৃদয়ত ।
দাৰুণ সন্ধানে বীৰ পৰিলা ৰথত ॥
ত্ৰিগৰ্ত্ত ৰাজাৰ সুত বীৰ বলীয়াৰ ।
একে শৰচোটে গৈলা যমৰ দুৱাৰ ॥ ২৪২৩০
যুজিবাক নপাইল ৰাজাৰ কুমাৰ ।
তোমাৰ সেনাৰ মাজে শুনি হাহাকাৰ ॥
বিকৰ্ণক ষাঠিশৰে ভেদিলন্ত বৰ ।
শৰচোট পায়া বীৰে বৰিষিলা শৰ ॥ ২৪২৩১
ধনু ধ্বজ ৰথ হয় সাৰথিক কাটি ।
বিকৰ্ণ হৃদয়ে শৰ ভেদিলন্ত ডাটি ॥

বিকল ভৈলন্ত বাৰ শৰ সন্ধানত ।
লৰৰি চৰিলা দুঃশাসনৰ ৰথত ॥ ২৪২৩২
ব্যাঘ্ৰদন্ত বীৰ মাগধৰ ৰাজসুত ।
সাত্যকিৰ লগে যুদ্ধ কৰিলা বহুত ॥
যেন বীৰ সাত্যকি আপুনি আছা জানি ।
ৰথ ধ্বজ তাহাঙ্ক থৈলেক শৰে ছানি ॥ ২৪২৩৩
কুমাৰৰ বিক্ৰম দেখিয়া যুযুধান ।
হৃদয়ত চাৰি শৰ কৰিলা সন্ধান ॥
সাৰথিক মাৰি আগে পাচে ঘোটকক ।
ধনুক কাটিয়া পাচে কাটিলা ধ্বজক ॥ ২৪২৩৪
যুদ্ধত নাচন্তে আছে ৰাজাৰ কুমাৰ ।
চাৰি শৰ মাৰি চলাইলন্ত যমঘৰ ॥
আগতে পৰিল যেৱে ৰাজাৰ কুমাৰ ।
মাগধ দেশৰ বীৰ সবে বলীয়াৰ ॥ ২৪২৩৫
চৌদিশে বেঢ়িল আসি সাত্যকি বীৰৰ ।
ভিণ্ডিপাল শক্তি হানে মুষল তোমৰ ॥
প্ৰকাশন্তে পাঁয়ত্ৰিশ গদাক হানে ঘনে ।
ধনু ধৰি কৰে কতো শৰৰ সন্ধানে ॥ ২৪২৩৬
শৰকো ছেদিয়া বীৰে তাসম্বাক মাৰে ।
যেহি বীৰে ধাৱে তাক আগবাঢ়ি মাৰে ॥
যেহি ফৌজে ধাৱে তাকো শৰে অবিচ্ছেদে ।
যেহি ফৌজে পলাই বীৰে পাচে পাচে খেদে ॥ '৩৭
সকল মাগধ যেৱে পলাই বিমুখে ।
সাত্যকিক গুৰু দ্ৰোণে থাকিলা সম্মুখে ॥
সোমদত্তনয় যে ভুৰিশ্ৰৱা নাম ।
দ্ৰৌপদীতনয় সমে কৰিলা সংগ্ৰাম ॥ ২৪২৩৮
পাঞ্চ পাঞ্চ শৰে ফুটি পুনু সাত শৰে ।
হৰিল চেতন পাঞ্চো ধনু ধৰি কৰে ॥
দোগোটা নাৰাচ লৈলা নকুলৰ সুত ।
ভুৰিক হানিয়া নাদ কৰিলা বহুত ॥ ২৪২৩৯
আউৰ চাৰি ভাই চাৰি চাৰি কৰি বাণে ।
হৃদয়ত কৰিলন্ত শৰৰ সন্ধানে ॥
ভুৰি পুনৰপি হানিলন্ত পাঞ্চ শৰ ।
গাৱে গাৱে পুনৰপি কৰিলা প্ৰহাৰ ॥ ২৪২৪০

পাঞ্চ ভাই পাঞ্চ ভিতি হুয়া কৰে শৰ।
মৰ্ম্ম মৰ্ম্ম থান চাই কৰন্ত প্ৰহাৰ ॥
চাৰি গোটা ঘোঁৰা তাৰ অৰ্জ্জুনকুমাৰে।
চাৰি শৰ হানি পঠাইলন্ত যমপুৰে ॥ ২৪২৪১
অৰ্দ্ধচন্দ্ৰে ধনু কাটিলন্ত ভীমসুত।
সিংহনাদ কৰিলে শুনন্তে লাগে ভীত ॥
ধ্বজগোট জ্বলে যেন সূৰ্য্যৰ উদিতে।
যুধিষ্ঠিৰসুতে কাটি পেলাইলা ভূমিতে ॥ ২৪২৪২
নকুলৰ তনয় নামত শতানীক।
শৰ হানি কাটিলা ৰথৰ সাৰথিক ॥
সহদেৱসুত বীৰে কাটিলন্ত শিৰ।
ভূমিত পৰিয়া গৈল যমৰ মন্দিৰ ॥ ২৪২৪৩
মাথাত কিৰীটি কৰ্ণে মকৰ কুণ্ডল।
প্ৰভাত কালৰ যেন সূৰ্য্যৰ মণ্ডল ॥
পৃথিৱীত পৰি শোভে ভুৰিৰ বদন।
কৌৰৱদলত শুনি দাৰুণ ক্ৰন্দন ॥ ২৪২৪৪
অলায়ুধে ভীমসেনে দাৰুণ সমৰে।
ভীমে অলায়ুধক ভেদিলা নব শৰে ॥
শৰচোটে অলায়ুধে তেজিলা আটাস।
পাণ্ডৱদলৰ মাজে জ্বলিল তৰাস ॥ ২৪২৪৫
সেনাক বুলিলা চাপ আপুনিও ধাইলা।
ভামৰ শৰীৰে পাঞ্চ শায়কে জণ্টাইলা ॥
ভীমৰ লগৰ বলৱন্ত ত্ৰিশ ৰথ।
ৰাক্ষসে মাৰিয়া পঠাইলন্ত যমপথ ॥ ২৪২৪৬
চাৰিগোটা শৰ মাৰি ভীমক ভেদিল।
শৰচোটে ভীমসেনে আটাসেক দিল ॥
চাৰি শৰে পুনৰপি কৰিলা সন্ধান।
ৰথত পৰিল বীৰ হৰিল গিয়ান ॥ ২৪২৪৭
কতোক্ষণে সুস্থ হুয়া পাণ্ডুৰকুমাৰ।
সুৱৰ্ণ পুংখীয়া শৰে কৰিলা প্ৰহাৰ ॥
অঞ্জন গিৰিৰ সম ৰাক্ষসৰ কায়।
পলাশ ফুলিল যেন অধিকে সুহায় ॥ ২৪২৪৮
শুনা সভাসদ সদ মহাভাৰতৰ।
ভীম অলায়ুধৰ সমৰ মহাঘোৰ ॥

বোলে ৰাম সৰস্বতী এৰি আন কাম
পাতকক ছাই কৰা বুলি ৰাম ৰাম ॥ ২৪২৪৯

— —

### ভীম আৰু অলায়ুধৰ যুদ্ধ

### ছুলড়ী

শৰৰ প্ৰহাৰ পায়া যে দুৰ্ব্বাৰ
অলায়ুধ নিশাচৰ।
ভীমক সম্মুখি বুলিলা বচন
শুনিয়ো ৰাজকুমাৰ ॥
তুমিসে আমাৰ ৰাক্ষস মাৰিলা
হিড়ম্ব বক কীচক।
জাতিৰো নোহয় কুলৰো নোহয়
ৰাক্ষসী লাগে তোমাক ॥ ২৪২৫০
ৰাজ্য কাঢ়ি লৈল বনক ডাকিল
তাক নোৰাৰিলা কিছু।
বনচৰ জাতি মুহি অপৰাধী
আমাসাক মাৰা পিছু ॥
যাহাক মাৰিলে নিজ ৰাজ্য পায়
তাৰ নজানাহা মূল।
চোৰে চুৰি কৰি আগে আগে যায়
ঢেকিক বোলে ত্ৰিশূল ॥ ২৪২৫১
মোৰ অগোচৰে ৰাক্ষস মাৰিলা
হৰিলা আৰো কন্যাক।
তাৰ প্ৰতিকাৰ এখনে কৰিবো
প্ৰাণ ৰাখ আপোনাক ॥
এতেকে বুলিয়া অলায়ুধ বীৰ
ভৈলেক অন্তৰধান।
ভৈল অগোচৰ মেঘৰ ভিতৰ
কৰিল শৰ সন্ধান ॥ ২৪২৫২
ভীমে ধনু ধৰি শৰবৃষ্টি কৰি
অদৃশ্যে ভেদিলে তাক।
শৰচোট পাইয়া আগত পৰিয়া
পুনু ভৈলা আকাশক ॥

কোটি সিংহসব বানৰ ভালুক
যত জন্তু মাংস খায়।
ভীমক বেঢ়িয়া আটাস পাৰয়
স্থূল সূক্ষ্ম কৃষ্ণকায় ॥ ২৪২৫৩
ভৈলা অন্ধকাৰ পৰে জাকে জাক
শকতি বৰ ত্রিশূল।
প্রাস ভিণ্ডিপাল পাঁয়ত্রিশ তোমৰ
বহুত পৰে মুষল ॥
শতঘ্নী পৰশু খড়্গ নানাবিধ
মুষল গদা অশ্নিনী।
পৰিঘ সমান শৰবৃষ্টি পৰে
পৰ্ব্বত পৰয় ছানি ॥ ২৪২৫৪
পাণ্ডৱৰ সেনা জাকে জাকে মৰে
বৰ বৰ গজ বাজী।
সোমক পাঞ্চাল ভীমৰ লগত
যত বীৰ আইল সাজি ॥
সেনাৰ ৰুধিৰে নদী বহি যায়
হস্তী হয় তাতে ভাসে।
ডাকিনী যোগিনী শৰ খায় টানি
খল খলি কৰি হাসে ॥ ২৪২৫৫
পাণ্ডৱী সেনাৰ বুক থলকিল
বিক্রম দেখিয়া তাৰ।
কৌৰৱ দলত কিল কিল শুনি
পঞ্চম শব্দ প্রচাৰ ॥
কৌৰৱৰ ৰঙ্গ দেখিয়া ভীমৰ
চৰিল ক্রোধ গাৰৰ।
চৰণ প্রহাৰ পায়া অনিৰ্ব্বাৰ
ক্ষমা যে নাহি সৰ্পৰ ॥ ২৪২৫৬
মনে মনে গুণি দুৰ্ব্বাৰ অস্ত্রক
আনিয়া দিলা গুণত।
মন্ত্রক স্মৰন্তে ধনুগুৰ্ণ হন্তে
শৰ ৰজাই অসংখ্যাত ॥
গৈল দশোদিশ লগাই উসমিস
ৰাক্ষসক পাৰে খেদি।
ৰাক্ষসৰ মায়া সবে বিধ্বংসিল
তাকো পুনু আইল খেদি ॥ ২৪২৫৭
দ্রোণৰ পাশক ৰাক্ষস পলাই
ৰৰ আটাসেক দিল।
দ্রোণৰ দলত কন্দন কৰিয়া
ভীমেয়ো ৰৰ নাদিল ॥
অল্প শত সৈন্য ভূমিত পৰিল
ভীমৰ নাদে তৰসি।
যিবা ৰৰ বীৰ তাহাৰ হাতৰ
অস্ত্র পৰি গৈল খসি ॥ ২৪২৫৮
মাৰুত নন্দন ৰাক্ষস ভঙ্গাইল
দেখিলন্ত ধৰ্ম্মৰায়।
মনত আনন্দে সিংহনাদ কৰে
প্রশংসিল সমুদায় ॥
পাণ্ডৱী সেনাৰ প্রশংসা শুনিয়া
ভীমৰ প্রশংসা বাণী।
এনয় ৰাক্ষস কত মাৰি আছে
কিসক যুজে নজানি ॥ ২৪২৫৯

—:—

অলায়ুধ বধ আৰু দ্রোণৰ যুদ্ধ

পদ

ভীমৰ শৰৰ চোটে অলায়ুধ বীৰ।
দ্রোণৰ সমীপে ক্ষন্তেকতে ভৈলা থিৰ ॥
পাণ্ডৱীদলত শুনি প্রশংসা বচন।
পলায় ৰাক্ষস বুলি নিন্দে সৰ্ব্বজন ॥ ২৪২৬০
গুঞ্জহেন চক্ষু কৰি দশন কামুৰি।
পাণ্ডৱীদলক লাগি গৈল দড় দৰি ॥
ঘটোৎকচে দেখে অলায়ুধে আসে খেদি।
আগভেটি তাহাৰ সমৰে গৈল খেদি ॥ ২৪২৬১
অলায়ুধে ঘটোৎকচে মিলিল সমৰ।
প্রথমে কৰিলা দুয়ো শৰৰ প্রহাৰ ॥
মায়া-যুদ্ধ কৰে পাচে দোগোটা ৰাক্ষস।
একবীৰে মায়া কৰে আউৰ বীৰে নাশ ॥ ২৪২৬২

ক্ষণো ৰথে ক্ষণো গজে ক্ষণো ঘোঁৰা স্কন্ধে।
যেহেন ৰাৱণ ৰামে যুজয় প্ৰবন্ধে ॥
গদা মুদগৰ শিলা হানয় পৰ্ব্বত।
ফুনাই ফুনাই প্ৰহাৰন্ত বলৰ দৰ্পত ॥ ২৪২৬৩
ঘটোৎকচে প্ৰহাৰিলা বিংশতি নাৰাচে।
অলায়ুধ ৰাক্ষসৰ হৃদয় কম্পচে ॥
অলায়ুধে কুৰি শৰ প্ৰহাৰিলা তাক।
অন্যো অন্যে দুয়ো প্ৰহাৰিলা শৰজাক ॥ ২৪২৬৪
ৰুধিৰ বহয় গাৱে সন্ধানে শৰৰ।
অঞ্জনগিৰিৰ যেন বহে গেৰুধাৰ ॥
ৰাক্ষস দোগোটা যুজে ৰণে অনিৰ্ব্বাৰ।
সম যুজে যুজে একোবীৰ মুহি চাৰ ॥ ২৪২৬৫
যুধিষ্ঠিৰে বুলিলেক আপোন বীৰক।
সবে বেঢ়ি মাৰ অলায়ুধ ৰাক্ষসক ॥
ভীমসেন প্ৰমুখ্যে পাণ্ডৱা বীৰবৰ।
ৰাক্ষসক বেঢ়ি কৰে শৰক প্ৰহাৰ ॥ ২৪২৬৬
একভিতি কাটি মাৰি ব্যূহ ভেদি গৈল।
যেন বন দহনত হস্তী বাজ ভৈল ॥
বাহু ডাঙ্কি মাৰি কৰি ধনুৰ টঙ্কাৰ।
ভীমক কৰিলা পাঞ্চ নাৰাচ প্ৰহাৰ ॥ ২৪২৬৭
যুধিষ্ঠিৰ নকুলক তিতিনি শায়কে।
সাত সাত শৰে সহদেৱ যে ভীমকে ॥
অপৰ বীৰক পাঞ্চ পাঞ্চ শৰ হানি।
আড়ম্বৰে ৰাক্ষসে আটাস দিলা টানি ॥ ২৪২৬৮
ৰাক্ষসৰ নাদ শুনি কোপে কম্পমান।
দশগোটা নাৰাচ হানিলা ভীমসেন ॥
প্ৰলয় অনল৷৷যেন নাৰাচ চলিল।
হৃদয়ত পৰি দশ শৰ বাজ ভৈল ॥ ২৪২৬৯
সহদেৱে সাত শৰে প্ৰহাৰিলা তাক।
যুধিষ্ঠিৰে প্ৰহাৰিলা সত্তৰি শায়ক ॥
তিতিনি শায়কে পঞ্চ পাঞ্চালীনন্দনে।
নকুলে হানিলে তাক পঞ্চষাঠি বাণে ॥ ২৪২৭০
হিড়িম্বো পঞ্চাশ শৰে ভেদিলা সন্ধানে।
অলায়ুধ ৰাক্ষস মূৰ্চ্ছিলা ৰব টানে ॥
হিড়িম্বীৰ পুত্ৰে পাচে আটাসেক দিল।
থলকিল মহোদধি পৰ্ব্বত কম্পিল ॥ ২৪২৭১
সাতখান পৃথিৱী যে একত্ৰে লৰিল।
সেনাৰ হাতৰ অস্ত্ৰ খসিয়া পৰিল ॥
সবে হয় হস্তী মূত্ৰ পুৰীষ এৰিল।
বৰ বৰ বীৰৰ হৃদয় থলকিল ॥ ২৪২৭২
অলায়ুধ বীৰে পাই দাৰুণ প্ৰহাৰ।
পাঞ্চ পাঞ্চ শায়কে কৰিলা প্ৰতিকাৰ ॥
পাণ্ডৱক পীড়ে ঘটোৎকচে তাক দেখি।
ক্ষেপিলেক দশ শৰ খানিকো নাপেখি ॥ ২৪২৭৩
হিড়িম্বৰ দশ শৰ হৃদয়ে পৰিল।
কম্পি অলায়ুধে পাচে ক্ৰোধত জ্বলিল ॥
খানিতেকে সুস্থ হুয়া শৰ বৰিষয়।
অলায়ুধে ঘটোৎকচে শৰে একাৰ্ণয় ॥ ২৪২৭৪
হিড়িম্বৰ হৃদয়ত ফুটি বজাই যায়।
যেন পৰ্ব্বতত ফুলি শৰ বাহিৰায় ॥
এক ৰাক্ষসক সবে শৰক প্ৰহাৰে।
অলায়ুধে এক হিড়িম্বক শৰ কৰে ॥ ২৪২৭৫
পাণ্ডৱৰ শৰচোটে কিছুৰে নঘাটে।
হিড়িম্বৰ শৰচয় হানিলা ললাটে ॥
হিড়িম্বে দেখয় মোমা নঘাটে ৰণত।
আপোনাৰ ৰথ তাৰ লগাইল ৰথত ॥ ২৪২৭৬
জাম্প দিয়া পৰিলেক তাহাৰ ৰথত।
ধনু আছাৰিয়া তাৰ ধৰিলা চুলত ॥
ভূমিত পেলাইলা আনি একগুলা কৰি।
বিগুটি বিগুটি মাৰে ভূমিত আছাৰি ॥ ২৪২৭৭
মুণ্ডোপৰ তুলিয়া ভূমিত নিয়া পিসে।
কিল গোৰ লাঠি মাৰে হিড়িম্ব ৰাক্ষসে ॥
বস্ত্ৰ অলঙ্কাৰ সবে খসি খসি গৈল।
অস্থি চূৰ্ণ ভৈল চক্ষু ঢেল নিকলিল ॥ ২৪২৭৮
অলায়ুধ বীৰক কৰিলা চূৰ্ণাকৃত।
যেন অলায়ুধ পশু পৰিল ভূমিত ॥
অলায়ুধ গৈল যেৰে যম মন্দিৰক।
যুধিষ্ঠিৰে প্ৰশংসিল ভীমতনয়ক ॥ ২৪২৭৯

সিংহনাদ কৰিলেক পাণ্ডৱসকল।
কাপোৰ জন্কাৰি সবে উৎসব কৰিল ॥
ৰাক্ষসক মাৰিলন্ত হিড়িম্ব ৰাক্ষসে।
সকল কৌৰবগণ পলাই হতাশে ॥ ২৪২৮০
জয় লভি পাণ্ডুদলে কৰে সিংহনাদ।
তাক শুনি কৌৰবে কৰয় শঙ্খনাদ ॥
দুয়ো শব্দ এক হুয়া পূৰিলেক ৰণ।
দশোদিশ পুৰি পাচে পূৰিলা গগন ॥ ২৪২৮১
মাগধ সেনাক মাৰি শিনিৰ নন্দন।
মাগধ সেনাক মাৰি কৰন্ত কদন ॥
মাগধক ৰাখি সাত্যকিক ধাইল দ্ৰোণে।
দ্ৰোণ বিনে সাত্যকিক ধাইব আন কোনে ॥২৪২৮২
পঞ্চিশ শায়ক প্ৰহাৰিলা শৰীৰত।
পুনু তনু হানিলা দ্ৰোণৰ হৃদয়ত ॥
শৰচোট পায়া ভৰদ্বাজৰ নন্দন।
সনাইবাৰ পাঞ্চ শৰ কৰিলা সন্ধান ॥ ২৪২৮৩
কবচ সৰকি শৰে ফুটি হৃদয়ত।
সাত্যকিৰ তনু ভেদি পশিলা ভূমিত ॥
যেন মত্ত হস্তী পাইল অঙ্কুশৰ ঘাৱ।
শৰচোটে যুযুধানে তেনয় স্বভাৱ ॥ ২৪২৮৪
দীৰ্ঘ বাহু দীৰ্ঘ ধনু দীৰ্ঘ কৰি টানি।
পঞ্চাশ নাৰাচ জুৰি যেহেন অগনি ॥
দ্ৰোণৰ হৃদয় মাজে কৰিল প্ৰহাৰ।
শৰচোটে খঙ্গাইল ব্ৰাহ্মণ অনিৰ্ব্বাৰ ॥ ২৪২৮৫
সাত্যকিক বহুবাণ কৰিলা সন্ধান।
দ্ৰোণকো সাত্যকি প্ৰহাৰিলা বহুবাণ ॥
পুনৰপি দ্ৰোণেয়ো শতেক প্ৰহাৰিলা।
সাত্যকি বীৰক একেবাৰে আচ্ছাদিলা ॥ ২৪২৮৬
সাত্যকি বীৰৰ হেনা দেখিয়া প্ৰমাদ।
তোমাৰ তনয় সবে কৰে শঙ্খনাদ ॥
যুধিষ্ঠিৰে কৌৰৱৰ শুনি সিংহনাদ।
আপুনিয়ো দেখিলন্ত ইসব প্ৰমাদ ॥ ২৪২৮৭
সেনাক বোলয় চাপ আউৰ চাস কিক।
হেৰা গুৰু দ্ৰোণে যে বধন্ত সাত্যকিক ॥
ৰাহুয়ে গ্ৰাসয় যেন চন্দ্ৰমণ্ডলক।
পুনৰপি মাতিলন্ত পাৰ্ব্বত বীৰক ॥ ২৪২৮৮
দেখিয়ো পাৰ্ব্বত কেন মিলিল সংশয়।
যমৰ সদন মাজে সাত্যকি আছয় ॥
ছুটকৰ চৰণত বান্ধিয়া ছৱালে।
যেন জৰী বান্ধি সূতা গাছতে ওমলে ॥ ২৪২৮৯
তেনয় অৱস্থা দেখি সাত্যকি বীৰৰ।
মোহোৰ পৰম প্ৰিয় সকলে উদ্ধাৰ ॥
তুমি চলা আগে ভীম মুখ্য সেনা লই।
তোমাৰ লগত আমি সবে যাইবো ধাই ॥ ২৪২৯০
কিন্তু ব্ৰাহ্মণত মোৰ আছে মহাভয়।
সিকাৰণে আগ নোহো কৰোঁহো সংশয় ॥
ধৃষ্টদ্যুম্নে আগ কৰি পাণ্ডুদলে ধাইল।
সেনাৰ ঘঞ্চালে দশোদিশক পূৰিল ॥ ২৪২৯১
দ্ৰোণক কৰিয়া মাজ বৰ বৰ বীৰে।
পৰম প্ৰবন্ধে নিৰন্তৰে শৰ কৰে ॥
একেশ্বৰে হাসি বীৰে সবাকো বাৰিলা।
যেন মহাজনে পাই অতিথি পূজিলা ॥ ২৪২৯২
ধনু ধৰি গুৰু দ্ৰোণ সমৰে নাচন্ত।
পাণ্ডৱ পাঞ্চাল সোমকক সংহাৰন্ত ॥
পাঞ্চাল পঞ্চিশ ৰথ সমৰে মাৰিলা।
কৈকেয়ৰ সাত ৰথ ৰণে সংহাৰিলা ॥ ২৪২৯৩
আনো যত মাৰিলন্ত কোনে পাৱে অন্ত।
মৎস্য কৈকেয় পাণ্ডুদল অপৰ্য্যন্ত ॥
যেন মধ্যাহ্নৰ সূৰ্য্য চাহন নযায়।
মণ্ডলৰ হন্তে যেন ৰশ্মি বাহিৰায় ॥ ২৪২৯৪
দ্ৰোণ ৰাজা তনয়ৰ ধনু বজাই শৰে।
পাণ্ডৱীদলৰ বীৰ ফুটি ফুটি মৰে ॥
সকলে পাণ্ডৱ নিবাৰিলা একেশ্বৰে।
আছোক যুজিবে কেহো চাহিতে নপাৰে ॥ ২৪২৯৫
মৰন্তে কৰয় সবে দুৰ্ঘোৰ আৰাব।
পাঞ্চাল পাণ্ডৱ দলে কৰে হাহাকাৰ ॥
বিমানত থাকি দেৱে প্ৰশংসে দ্ৰোণক।
খেদি খেদি মাৰে সবে পাণ্ডৱীদলক ॥ ২৪২৯৬

দ্ৰোণক সম্মুখে যেবে নোহে একবীৰ।
পাঞ্চজন্য নাদ শুনিলন্ত যুধিষ্ঠিৰ ॥
তিনিয়ো জগত পূৰি পাঞ্চজন্য নাদ।
গাণ্ডীৱ ধনুৰ কিছু নুশুনোঁ সম্বাদ ॥ ২৪২৯৭
বুলিলন্ত মনে গুণি মিলিল প্ৰমাদ।
আউৰ নুশুনোঁহো দেৱদত্ত শঙ্খনাদ ॥
গোবিন্দৰ শঙ্খনাদ শুনোঁ নিৰন্তৰ।
তাৰ সমীপত শুনোঁ নাদ কৌৰৱৰ ॥ ২৪২৯৮
প্ৰাণৰ সোদৰ ধনঞ্জয় ভালে নাই।
শোকাকুল দহে সাত্যকিৰ মুখ চাই ॥
গদ গদ বচন মুখত নোলাই যাত।
কথা কহিবাক চান্তে মৰ্ম্মে মূৰ্চ্ছা যান্ত ॥ ২৪২৯৯
শোকত বিহ্বল হুয়া ৰাজা যুধিষ্ঠিৰ।
সাত্যকিক বুলিলন্ত আতি ধীৰে ধীৰ ॥
কৃষ্ণৰ চৰণ সেৱি ৰামসৰস্বতী।
ডাকি ৰাম হৰি বোলা লভিবা মুকুতি ॥ ২৪৩০০

—০—

সাত্যকিৰ প্ৰতি যুধিষ্ঠিৰৰ উপদেশ

ছবি

যুধিষ্ঠিৰ মহাৰায় সাত্যকিৰ মুখ চাই
কান্দিয়া কান্দিয়া কথা কহে।
অৰ্জ্জুনক সুমৰন্তে শোক সাগৰত মজি
বিষাদে সকলে তনু দহে ॥
শুনা বাপ যুযুধান বন্ধু নাই তুমি সম
সৰ্ব্বভাৱে পৰিলোঁ তোমাত।
আগম পুৰাণ যত মিত্ৰৰ অৱস্থা দেখি
তাৰ কাল ভৈল উপগত ॥ ২৪৩০১
যি জন পৰম বন্ধু তাতেসে অৱস্থা কহে
হিত কৰ্ম্ম নিযোজয় তাত।
হৰি যেন মোৰ গতি তুমিয়ো আমাৰ তেন
সৰ্ব্বভাৱে সুম্পিলো তোমাত ॥
সকল কালত মই তোমাতেসে আশা কৰোঁ
নকৰিবা তাক নিৰাশায়।
তথু সখা ভ্ৰাতৃ মিত্ৰ বিপদত পৰিয়াছে
সখা হুইবে তোমাৰ লাগয় ॥ ২৪৩০২
দৃঢ় ধনু যাৰ হাতে পৰাক্ৰম সমৰতে
তিনি লোকে যাৰ নাই সম।
তোমাৰ যতেক গুণ পৰাক্ৰম দৰশিয়া
কৌৰৱৰ হোৱা গৈয়া যম ॥
মিত্ৰৰ নিমিত্তে তুমি আমাৰ সুহৃদ ভাৱ
অৰ্জ্জুনত শিখিয়াছা যত।
যাদৱ বংশৰ বীৰ সহায় হুয়োক মোৰ
বল দৰশিয়ো কৌৰৱত ॥ ২৪৩০৩
সকলে এৰিয়া মই সাত্যকি সহায় লৈয়া
ধৃতৰাষ্ট্ৰ তনয় বধিবো।
অস্ত্ৰে যেন নাৰায়ণ বলে বলভদ্ৰ সম
পৰাক্ৰম তেনয় জানিবো ॥
কোন বস্তু গুৰু দ্ৰোণ, কৰ্ণ কৃপ দুৰ্য্যোধন
সবাকেসে বধিতে শকত।
সত্যত থাকিয়া তেহে প্ৰাণ পৰিত্যাগ কৰে
সৰ্ব্বকালে মোত অনুগত ॥ ২৪৩০৪
অৰ্জ্জুনৰ কথা মই প্ৰত্যক্ষতে দেখিলোঁহো
যি কালে শুনিলোঁ প্ৰভাতত।
সঙ্কল্প ৰাখিয়ো তুমি দুৰ্য্যোধন বধো আমি
সৌভদ্ৰক থাপিয়ো ৰাজ্যত ॥
আমাৰ আগত তুমি হেন বাণী বুলি আছা
অৰ্জ্জুনৰ আশা সাফলাহা।
দাৰুণ শঙ্কটে পৰি ভ্ৰাতৃ ধনঞ্জয় আছে
যতমানে পাৰা হৰা সহা ॥ ২৪৩০৫
পুত্ৰৰ সন্তাপে বৰ সঙ্কল্প কৰিয়া দৃঢ়
দিবাভাগে সৈন্ধৱ বধিতে।
একেখান ৰথে চৰি হৰিক সহায় কৰি
পশিলেক দ্ৰোণৰ ব্যূহতে ॥
সৈন্ধৱক ৰাখিবাক বৰ বৰ বীৰ আছে
যাক দেখি ইন্দ্ৰৰো ত্ৰাস।
দুৰ্য্যোধন শৰীৰত অভেদ্য কৱচ বান্ধি
জানো সিয়ো গৈয়া পাইল পাশ ॥ ২৪৩০৬

পূৰ্ব্বত যে গৌৰবৰ শুনি আছোঁ পৰাজয়
বহুবিধ শুনিলোঁ আবাৰ।
অৰ্জ্জুনৰ সমীপত পঞ্চশব্দ কৰিয়া যে
ৰৰ কৰি নাদয় কৌৰৱ॥
জানিলোঁহো ধনঞ্জয় যুদ্ধে আশকত ভৈল
ৰথমাজে হুইবে আছে পৰি।
পৰম সুহৃদ হৰি অৰ্জ্জুনক ৰক্ষা কৰি
আপুনি যুজন্ত দেৱহৰি॥ ২৪৩০৭
অৰ্জ্জুন বিহীনে মই এক তিল নিজীবোহো
হোৱা গৈয়া অৰ্জ্জুনৰ সখা।
মিত্ৰৰ নিমিত্তে তুমি যাৱে চন্দ্ৰ সূৰ্য্য থাকে
আপোনাৰ যশৰাশি ৰাখা॥
ভীমসেন সমে মই দ্ৰোণক ৰাখিয়া থাকো
তুমি পশা ব্যূহক ভেদিয়া।
অৰ্জ্জুনক লক্ষ্য কৰি চলা শীঘ্ৰে বেগ ধৰি
সবে বীৰ পলাইবে দেখিয়া॥ ২৪৩০৮

—০—

সাত্যকিৰ ব্যূহ প্ৰৱেশ আৰু যুদ্ধ

পদ

সাত্যকি দেখন্ত ৰাজা বিহ্বল পৰায়।
অৰ্জ্জুনৰ শোকানলে হৃদয় দহয়॥
মুখে মাত নাহি কান্দি কান্দি কথা কহে।
শুনিয়া সাত্যকি বীৰ শৰীৰ নসহে॥ ২৪৩০৯
সাত্যকি বোলন্ত শুনিয়োক মহাৰায়।
যতেক বুলিলা বাক্য সবে সত্য হয়॥
অৰ্জ্জুনৰ নিমিত্তে উছগি আছোঁ প্ৰাণ।
মোৰ যেন চিত্ত তাৰ হৰিসে প্ৰমাণ॥ ২৪৩১০
ততোধিক-তযু আজ্ঞা কৰিবাক লাগে।
তোমাৰ পালিবো আজ্ঞা মোৰ বৰ ভাগে॥
তিনিয়ো লোকক জিনিবাক পাৰো হেলে।
কোন বস্তু গুৰু দ্ৰোণ অল্পশত বলে॥ ২৪৩১১
দ্ৰোণক ভঙ্গাই এতিক্ষণে চলি যাইবো।
তযু আজ্ঞা পালি অৰ্জ্জুনৰ সখা হুইবো॥
সৈন্ধৱক বধিবা অৰ্জ্জুন মহাবলী।
তোমাৰ চৰণে আসি কৰিবো সেৱলি॥ ২৪৩১২
অৰ্জ্জুনে বুলিলা যত গোবিন্দৰ আগে।
সেহি কথা তযু আগে কহিবাক লাগে॥
শুনা যুযুধান তুমি বচন কৰিবা।
গুৰু দ্ৰোণ নিবাৰিবা কাৰ্য্যক সাধিবা॥ ২৪৩১৩
হেলায়ে সৈন্ধৱ ৰাজা নিবো যমঘৰ।
ইঠাৰে দ্ৰোণক ভয় আছয় ৰাজাৰ॥
দিনে দিনে বোলে ধৰি নিবোহো ৰাজাক।
ধৃষ্টদ্যুম্ন যম তাৰ নজানয় তাক॥ ২৪৩১৪
ৰাজাক ধৰিলে পুনু হৈবো সৰ্ব্বনাশ।
ৰাজা ৰক্ষা গৈলেসে জয়ত থাকে আশ॥
তোমাক আমাক সুম্পি গৈলেক অৰ্জ্জুন।
মই গৈলে তোমাসাক ৰক্ষা কৰে কোন॥ ২৪৩১৫
গুৰুৰ বচন বাধি নোৱাৰোঁ যাইবাক।
নোৱাৰোঁহো তোমাৰ বচন বাধিবাক॥
ধনঞ্জয় আমি কামদেৱ মহাৰথ।
তিনিমাত্ৰে সম দ্ৰোণ বীৰক শকত॥ ২৪৩১৬
তেৱে কি আছন্ত কামদেৱ মহাবলী।
তান হাতে সুম্পি আমি নিষ্টে যাইবো চলি॥
অৰ্জ্জুনক লাগি তুমি নুহিবা বিকল।
কোনে দেখি আছে মাৰে সিংহক শৃগাল॥ ২৪৩১৭
সুৰাসুৰে নৰে যাৰ ৰণক নসহে।
কোন বস্তু কুৰুগণ আগত তৰহে॥
তথাপি লৰিলো বিলম্বত কোন কাৰ্য্য।
আপোনাক ৰক্ষা কৰিয়োক মহাৰাজ॥ ২৪৩১৮
যুধিষ্ঠিৰে বোলয় শুনিয়ো মহাবীৰ।
তোমাৰ আশ্বাসে মোৰ চিত্ত নুহি থিৰ॥
অৰ্জ্জুনৰ ৰক্ষাহেতু চলি যোৱা তথা।
আমাক ৰক্ষাৰ লাগি নকৰিবা এথা॥ ২৪৩১৯
ভীমসেন প্ৰমুখ্যে আমাৰ যত বল।
শিখণ্ডীক আদি কৰি পাঞ্চালসকল॥
মৎস্য কুন্তিভোজ কৈকেয়ৰ পাঞ্চ ৰাজা।
ধৃষ্টদ্যুম্ন বীৰ আছে দ্ৰোণক যে যুজা॥ ২৪৩২০

কৱচ কুণ্ডল পিন্ধি ধনুৰ্ব্বাণ হাতে।
দ্ৰোণক বধিবে উপজিলা অগ্নিতে ॥
ধৃষ্টদ্যুম্ন মুখ দেখি দ্ৰোণৰ বিহ্বল।
আমাক এৰিয়া তুমি চলা কৌতুহল ॥ ২৪৩২১
ৰাজাৰ শুনিলা যেৱে কাৰুণ্য বচন।
মনে মনে গুণিলন্ত শিনিৰ নন্দন ॥
ৰাজাক এৰিয়া গৈলে ভয় অৰ্জ্জুনত।
নগৈলেও অপবাদ তিনিয়ো লোকত ॥ ২৪৩২২
মোৰ সম বীৰ নাহি তিনিয়ো ত্ৰৈলোক্যে।
ভয়াতুৰ হেন কৰি বুলিবেক মোকে ॥
শুনিয়োক ধৰ্ম্মৰাজ আমাৰ বচন।
কৰিবাক পাৰা যেৱে আপোন ৰক্ষণ ॥ ২৪৩২৩
সংসাৰৰ মাজে সাৰ গুৰু প্ৰিয়তৰ।
তোমাৰ বচন দেখো তাহাৰ উপৰ ॥
হেৰা চলি যাওঁ মই অৰ্জ্জুনৰ পথ।
বিষ্ণুভয়ে যৈত পলাই আছে জয়দ্ৰথ ॥ ২৪৩২৪
সপ্ত তেৰ ঘটি তিনি প্ৰহৰৰ ৰথ।
মুহূৰ্ত্তেকে পাইবো গৈয়া আপোনাৰ পথ।
হেমবন্ত কন্দৰৰ মহা ম্লেচ্ছগণ।
কতো হুয়া আছন্ত অগ্নিত উতপন ॥ ২৪৩২৫
গোখৰক পৰীক্ষিত মনুষ্য যোনিত।
জনম ভৈ গৈল পৰাক্ৰম বিপৰীত ॥
ৰাজসূয়কালে তাক অৰ্জ্জুনে জিনিল।
তথু বনবাসে দুৰ্য্যোধন আগুৱাইল ॥ ২৪৩২৬
তাতে কৌৰৱৰ গৃহে থাকে কৰ্ণসঙ্গে।
আমাক দেখিলে যুজিবেক মহাৰঙ্গে ॥
দাৰুণ দানৱ বীৰ তৰপে তৰপে।
সবাকে জিনিবে লাগে অস্ত্ৰৰ প্ৰতাপে ॥ ২৪৩২৭
আৰু এক ম্লেচ্ছ কৈল হস্তীত কুশল।
কৃষ্ণে প্ৰশংসন্ত তাক সবে মহাবল ॥
তাসম্বাৰ সঙ্গে মোৰ হৈবে মহাৰণ।
ধনু শৰ ৰথ মোৰ যোগাইবেক কোন ॥ ২৪৩২৮
ৰথৰ সাৰথি তেহে দাৰুকৰ ভাই।
বুলিলন্ত বচন তাহান মুখ চাই ॥

পাঞ্চ গুণ কৰি মোৰ সাজ ৰথখান।
টোণ ভৰি শৰ থোৱা ৰথে ধৰে যান ॥ ২৪৩২৯
মুষল প্ৰমুখ্যে শৰ খড়্গ চৰ্ম্ম লৈয়ো।
ভাল চাই ঘোঁৰা আনি ৰথত জুৰিয়ো ॥
সাত্যকিৰ বাণী শুনি ৰাজা ৰঙ্গমনে।
কাঞ্চনে ৰচিত ৰথ সজাইলা আপুনে ॥ ২৪৩৩০
পীত চাৰি ঘোঁৰাক কৰাইল মধুপান।
আকাশক উড়াও কৰে যেন দেৱযান ॥
চাৰিয়ো গলাত দিলা সুবৰ্ণৰ মালা।
সুবৰ্ণৰ সিংহধ্বজ ৰথত চৰাইলা ॥ ২৪৩৩১
খড়্গ চৰ্ম্ম গদা ধনু থানে থানে থৈলা।
মঙ্গল কৰিয়া আনি আগত যোগাইলা ॥
ৰথখান দেখিয়া কৌতুক যুযুধান।
শুচি সংযমন হুয়া কৰিলন্ত স্নান ॥ ২৪৩৩২
সহস্ৰেক ধেনু ব্ৰাহ্মণক দিলা দান।
কৰিলন্ত পাচে কৈল্যাণক মধুপান ॥
আৰকত নয়ন দুগুণে ভৈল বল।
দ্বিজগণে কন্যাগণে কৰিল মঙ্গল ॥ ২৪৩৩৩
ধৰ্ম্মৰাজ চৰণত কৰিলা বন্দন।
তেহো গলে বান্ধি তাঙ্ক কৰিলা চুম্বন।
প্ৰদক্ষিণ কৰি পাচে উঠিলা ৰথত।
ৰাজাক বন্দিয়া ভীম লৰিলা লগত ॥ ২৪৩৩৪
পৱন সঞ্চাৰে চলি দুয়ো বীৰ যায়।
বুলিলন্ত দ্ৰোণে আপোনাৰ সেনা চায় ॥
হেৰা ৰথ ডাকি আসে ভীম যুযুধান।
অৰ্জ্জুন সমীপ যাইব জানো অনুমান ॥ ২৪৩৩৫
যাইবাক নেদিবা সত্বৰে পাতা বাজু।
এতিক্ষণে আমিয়ো যুদ্ধক ভৈলোঁ সাজু ॥
ভীমক সম্মুখে যুযুধানে বোলে বাণী।
মই যেন বীৰ আপুনিয়ে আছা জানি ॥ ২৪৩৩৬
একলে ভঙ্গাইবো বাজু যাইবো অভ্যন্তৰ।
মই গৈলে তুমি ৰাখিবাহা নৃপবৰ ॥
নিবৰ্ত্তিলা ভীম নৃপতিৰ সমীপক।
ধৰ্ম্মৰাজে সেহিক্ষণে যাইলেক দ্ৰোণক ॥ ২৪৩৩৭

ধৃষ্টদ্যুম্ন সেনাপতি বস্থ দানৱৰায় ।
চাপ চাপ বোলন্ত আপোন সৈন্য চায় ॥
দেখিয়ো ভেদিয়ো সবে কি কৰহ থাকি ।
ব্যূহ বিধ্বংসিয়া সুখে যান্তোক সাত্যকি ॥২৪৩৩৮
এহি বুলি ধাইলেক পাণ্ডৱী সেনাজাক ।
আমৰাও যাইবো তাৰক্ষণে যুজিবাক ॥
সাত্যকি নিমিত্তে দুয়ো ঘৰৰ আন্দোল ।
কৈত কোন মৰে নুশুনয় মাত বোল ॥ ২৪৩৩৯
পাইল গৈয়া যুযুধানে ব্যূহ সন্নিধান ।
প্ৰথমতে বামহাতে টানি ধনুখান ॥
টঙ্কাৰ কৰিয়া শৰ মাৰিতে লাগিল ।
সাত ফৌজ হুয়া কুৰুসেনায়ো ভাগিল ॥ ২৪৩৪০
তাৰ সাত মহাৰথী কৰিলেক শৰ ।
সাত শৰে সাতক নিলন্ত যমঘৰ ॥
সাতবীৰ পৰিল শতেক বীৰে ধাইল ।
তাকো এক শৰ মাৰি যমঘৰে নিল ॥ ২৪৩৪১
তাক মাৰি পাচে কটকত পশিলন্ত ।
গজ বাজী সেনা ৰথ সবে বিনাশন্ত ॥
সবে ব্যূহখান বিধ্বংসিলা ক্ষণেকতে ।
আস্ফোট কৰিয়া ৰৈল দ্ৰোণৰ আগতে ॥ ২৪৩৪২
দ্ৰোণৰ আগৰ সেনা পলায় ব্যূহ ভঙ্গে ।
অৰ্জ্জুনৰ পথে পাচে চলে মন ৰঙ্গে ॥
ক্ৰোধ কৰি দ্ৰোণে আসি ভেন্টিলেক পথ ।
সনাইবাৰ পঞ্চ শৰ ভেদি হৃদয়ত ॥ ২৪৩৪৩
সাত্যকিয়ো সাত শৰে ভেদিলা ললাটে ।
আচম্বিতে সাত্যকি ভেদিলা ছয়পাটে ॥
ক্ৰোধিয়া সাত্যকি আটাসেক দিলা টানে ।
একশৰে হৃদয়ত ভেদিলা সন্ধানে ॥ ২৪৩৪৪
কমণ্ডলু ধ্বজক ভেদিয়া-এক বাণে ।
হৃদয়ত ভেদিলন্ত পুনু যুযুধানে ॥
শৰচোটে দ্ৰোণৰ যে নসহে শৰীৰ ।
দান্ত কামুৰিয়া কোপে কম্পমান বীৰ ॥ ২৪৩৪৫
সাত্যকিয়ো শৰ সঙ্গে দ্ৰোণক চাইলন্ত ।
সাত্যকিক সম্বুধিয়া দ্ৰোণে বুলিলন্ত ॥

ওবা বৃষ্ণি বীৰ তুমি দেখো ৰণে পূজা ।
যাতো ধনঞ্জয় হন্ত তোমাখেৰ গুজা ॥ ২৪৩৪৬
ধনু শৰ ধৰিয়া যুজক আছো চাই ।
প্ৰদক্ষিণ কৰি তেহো গৈলেক পলায় ॥
তুমি বাঢ়ি কৰা দেখো আমাক যুজিবা ।
জীৱন্তে নেৰাইবা তুমি যমঘৰে যাইবা ॥ ২৪৩৪৭
যেৱে পলাই যাইবা অৰ্জ্জুনৰ অনুসৰি ।
পলন্তাক কোনে খেদে থাকো হাস্য কৰি ॥
সাত্যকি বোলন্ত গুৰু স্বৰূপ কাহিনী ।
কোন বীৰে যাইবেক তোমাক যুদ্ধে জিনি ॥'৪৮
ৰাজাৰ আজ্ঞায়ে তযু শিষ্যৰ সম্বন্ধি ।
অৰ্জ্জুনৰ পাশে যাওঁ তযু পাৱ বন্দি ॥
বিলম্ব নকৰা মোক এৰি দিয়া পথ ।
এহি বুলি পাঞ্জৰ কৰিয়া গৈল ৰথ ॥ ২৪৩৪৯
দ্ৰোণক এৰাইয়া বীৰ কতো দূৰ যায় ।
বুলিলা বচন সাৰথিৰ মুখ চাই ॥
শুনিয়োক সাৰথি কপটী গুৰু দ্ৰোণ ।
পুনু পথ ভেটি গুৰু দ্ৰোণৰ যতন ॥ ২৪৩৫০
শীঘ্ৰ কৰি বাহা ৰথ আৰু কথা জান ।
প্ৰথম দলত অৱন্তীৰ সেনাগণ ॥
তাহাৰ অন্তত দক্ষিণাক্ষ সেনা আছে ।
তাৰ পাচে বাহ্লিক কৰ্ণৰ দল পাচে ॥ ২৪৩৫১
ভিন্নে ভিন্নে বাজু পাতি আছে সেনাগণ ।
আপোনাৰ বাজুতেহে কৰয় সন্ধান ॥
আনৰ বাজুক লাগি কেহো নযায় খেদি ।
এতেকেসে শীঘ্ৰে যাইব পাৰি বাজু ভেদি ॥২৪৩৫২
যি ফৌজত আছে দেখা কৰ্ণৰ সোদৰ ।
তাহাক লাগিয়া ৰথ বাহিয়ো সত্বৰ ॥
এহি শুনি শীঘ্ৰে ৰথ বাহিলা সাৰথি ।
পাচে পাচে খেদি গৈল দ্ৰোণ সেনাপতি ॥২৪৩৫৩
সেহি সময়ত যে পাণ্ডৱে ছিদ্ৰ পাইলা ।
দ্ৰোণৰ সেনাক তেতিক্ষণে বিধ্বংসিলা ॥
সাত্যকিয়ো পাইল যাই কৰ্ণৰ দলক ।
শৰ ৰৰিষিয়া সেনা তত্তাইলা ৰথক ॥ ২৪৩৫৪

কৰ্ণৰ সোদৰে সাত্যকিক তিনি বাণে।
হৃদয়ত ভেদিলন্ত দাৰুণ সন্ধানে ॥
সাত্যকিয়ো কাটিল তাহাৰ ধনুখান।
ৰথ কাটি সাৰথিৰ লৈলেক পৰাণ ॥ ২৪৩৫৫
ধনুত জুৰিলা খুৰপাট বাণ ভাটি।
কিৰীটি সহিতে মুণ্ড পেলাইলেক কাটি ॥
তাৰ সেনা ভঙ্গাই ভঙ্গাইলন্ত বাহ্লিকক।
দক্ষিণাঙ্ক ভঙ্গাই বিধ্বংসিলা ভাৰতিক ॥ ২৪৩৫৬
নাৰায়ণগণ মাজে পশিলেক ৰথ।
ক্ৰোধে কৃতবৰ্ম্মা আসি ভেণ্টিলন্ত পথ ॥
কৃতবৰ্ম্মা আসে দেখি শিনিৰ নন্দন।
ছয় শৰ হৃদয়ত কৰিলা সন্ধান ॥ ২৪৩৫৭
চাৰি শৰ মাৰিয়া যে ঘোঁৰাক মাৰিল।
ষোড়শ শায়কে পুনু হৃদয়ে তাড়িল ॥
কৃতবৰ্ম্মা পাইল যেবে বৰ শৰচোট।
হাতে তুলি লৈল বৎসদন্ত শৰগোট ॥ ২৪৩৫৮
কৰ্ণমানে ধনু টানি পঠাইল ক্ষেপিয়া।
ভূমিত পৰিল বাণ হৃদয় ভেদিয়া ॥
একপাটে মুঠিতে কাটিল শৰাসন।
দুই স্তন মাজতে ভেদিল দুই বাণ ॥ ২৪৩৫৯
ধনু কটা গৈল হানিলন্ত শক্তিগোট।
বাম ভুজে শক্তি ফুটিলেক বৰ চোট ॥
আন ধনু ধৰিয়া সাত্যকি বীৰবৰ।
অযুত অৰ্ব্বুদ হানিলেক বহু শৰ ॥ ২৪৩৬০
সাৰথিৰ শিৰ কাটি পেলাইলন্ত ভল্লে।
শৰচোটে চাৰি ঘোঁৰা কৰিল বিহ্বলে ॥
সাৰথি পৰিল ৰথ ৰাখিল আপুনে।
ধনু ধৰি থাকিলেক যুজিবাক মনে ॥ ২৪৩৬১
সাত্যকি সন্মুখে বীৰ থাকিল নিৰ্ভয়।
সাধু সাধু বুলি সৰ্ব্বজনে প্ৰশংসয় ॥
দ্ৰোণে দেখে ব্যুহ বিধ্বংসয় যুধিষ্ঠিৰ।
উলটিয়া আপোনাৰ সেনা কৰি থিৰ ॥ ২৪৩৬২
হাৰ্দ্দিকক ব্যুহমুখে থৈলন্ত ঞ্জণ্টাই।
পুনু খেদি গৈলন্ত সাত্যকি যথা যায় ॥
যুধিষ্ঠিৰে ব্ৰাহ্মণৰ আশয় বুজিলা।
আপোনাৰ কটকক চাহিয়া মাতিলা ॥ ২৪৩৬৩
হেৰা গুৰু দ্ৰোণ যায় সাত্যকিক খেদি।
সবে মিলি তাহাঙ্ক বধিয়ো ব্যুহ ভেদি ॥
এহি বুলি ভীম ধৃষ্টদ্যুম্ন বসুদাম।
নকুল যে সহদেৱ পাঞ্চালীনন্দন ॥ ২৪৩৬৪
প্ৰভদ্ৰক ভেদি বাণসবে বীৰগণে।
ব্যুহৰ মুখত থাকি কৰিলা কদনে ॥
কৃতবৰ্ম্মা জৰাসন্ধ দুয়ো বীৰবৰ।
সংশপ্তকগণে সমে সেনা কৰি থিৰ ॥ ২৪৩৬৫
পাণ্ডৱক ভঙ্গাইলন্ত দাৰুণ বিক্ৰমে।
প্ৰভদ্ৰক ভঙ্গাইলন্ত নাৰায়ণ সমে ॥
যেন বৃক্ষ ভাঙ্গিবাক হস্তীযূথ যায়।
সিংহৰ আটাস শুনি বিভঙ্গে পলায় ॥ ২৪৩৬৬
তেনমতে পাণ্ডুদল ব্যুহক ভাঙ্গিল।
কিছুকো মুৰাৰি আটিমুটিয়ে থাকিল ॥
সাত্যকিক খেদি সবে গৈল উল্লসিয়া।
বোলে সাধিয়োক মান ই বীৰ মাৰিয়া ॥ ২৪৩৬৭
সাত্যকিক মাজ কৰি বেঢ়িল চৌভিতি।
গদা মুদগৰ শূল হানিলা শকতি ॥
সবে অস্ত্ৰ ভেদিয়া সি ফৌজক ভঙ্গাইলা।
মত্ত হস্তী মাজে যেন সিংহে কৰি লীলা ॥ ২৪৩৬৮

—০—

কুৰুসৈন্য বধত ধৃতৰাষ্ট্ৰৰ শোকপ্ৰকাশ

ছবি

ধৃতৰাষ্ট্ৰ নৰপতি সঞ্জয়ৰ মুখ চাই
বুলিলন্ত কাকণ্য বচন।
ক্ষণিক বিশ্ৰাম কৰা মনে কৰে অন্তৰ্যা
পুত্ৰৰ সুমৰি সেনাগণ ॥
গজে ৰথে অস্ত্ৰে শস্ত্ৰে প্ৰহাৰণে সম্বৰণে
সৰ্ব্বগুণে পৰীক্ষি বীৰক।
সকল গুণত কৰি সাহসিক বিটো হৰে
সেহি বীৰে জিনিবে অমৰ ॥ ২৪৩৬৯

তাৰ মাজে বলৱন্ত গুৰু দ্ৰোণে চাহিলন্ত
ব্যূহখান ৰচিল যতনে।
অনেক দেশৰ বীৰ মাজে মাজে জপটাই আছে
তাকো বিধ্বংসিল যুযুধানে॥
এবেসে জানিলোঁ ভালে দৈৱ বিনে একো কালে
প্ৰবন্ধে নিসিজে যিটো কাৰ্য্য।
প্ৰবন্ধ কৰিয়া থৈব দৈৱে অনুকূল হৈব
তেৱে লভি ত্ৰিজগত মাজ॥ ২৪৩৭০
অৰ্জ্জুনে বধিব সৈন্য সবে সৈন্য ক্ষয় ভৈল
তাত মোৰ নাহিক বিস্ময়।
দেৱৰ বীৰ্য্যত জাত তিনিলোকে যাৰ খ্যাত
একো ঠাইত নাহি পৰাজয়॥
সাত্যকিয়ো ব্যূহ ভেদি বীৰগণ মানে ছেদি
সেনাগণ কৰয় কৰ্দ্দন।
অনেক বান্ধৱ মৰে তাক দেখি পুত্ৰে মোৰে
কেনমতে জীৱয় পৰাণ॥ ২৪৩৭১
সৈন্ধৱক সমীপত ধনঞ্জয় উপগত
সাত্যকিয়ো যান্ত তাক ধায়া।
কৰ্ণ কৃপ দুৰ্য্যোধন সৈন্ধৱ ৰাখিতে মন
কি কৰিলা অৰ্জ্জুনক পায়া॥
জয়দ্ৰথ নৰপতি পলাইবাক খুজিলেক
নপাইলেক দ্ৰোণৰ নিমিত্তে।
দুৰ্য্যোধন নৃপতিৰ সকলে গৌৰৱ সাধি
দ্ৰোণে মৰাইলন্ত হাতে হাতে॥২৪৩৭২

—০—

কৃতবৰ্ম্মা আৰু সাত্যকিৰ যুদ্ধ

পদ

ৰাজাৰ বিলাপ শুনি বুলিলা সঞ্জয়।
আপোন দোষত বিলাপক যুযুৰাই॥
আপুনি বঢ়াইলা দন্দ পাণ্ডৱ সহিতে।
কুযশক লভিলাহা তিনিয়ো জগতে॥ ২৪৩৭৩
যিকালত দুৰ্য্যোধন ভৈলা উতপত্তি।
গণি পঢ়ি বুলিল বিদুৰ মহামতি॥
ইহাৰ নিমিত্তে কুৰুগণ হৈবে ঠাই।
সসাগৰা পৃথিৱীৰ হৈবেক প্ৰলয়॥ ২৪৩৭৪
আমাৰ বচনে আৰু যতনে পেলায়ো।
নকৰাহা অকাৰণে দুখ বৰ পায়ো॥
বিদুৰৰ হিতবাণী মুশুনিলা তাক।
যাৱে জীয়া মানে তযু ভৈল কান্দিবাক॥ ২৪৩৭৫
আপুনি পাতিলা পাশা পাণ্ডৱক আনি।
কে জিনৈ কে জিনৈ বুলি পুছিলা আপুনি॥
পাণ্ডৱৰ ৰাজ্য কাঢ়ি লৈলা কোন কাজে।
কেমন কাৰণে পঠাইলাহা বনমাজে॥ ২৪৩৭৬
পাঞ্চখানি গ্ৰাম খুজি পঠাইল পাণ্ডৱে।
আপুনি আসিলা বিশ্বভাৱন মাধৱে॥
ভীষ্ম দ্ৰোণ বিদুৰে বুলিল যত হিত।
পুত্ৰৰ নিমিত্তে সবে দেখিলাহা তিত॥ ২৪৩৭৭
পাঞ্চতালি মাৰি হৰি যেখনে চলিলা।
ৰঙ্গ চাহি মহাৰাজা সেখানে আছিলা॥
কিছু নকৰিলা তুমি কৰিবাক পাৰি।
আৰে কেনে অকাৰ্য্যে কান্দাহা সৰসৰি॥ ২৪৩৭৮
চিত্ত থিৰ কৰিয়া শুনিয়ো নৃপবৰ।
কৃতবৰ্ম্মা মাৰুতিৰ দাৰুণ সমৰ॥
সাত্যকিয়ো যেন যুদ্ধ কৰে ব্যূহমাজে।
কহিবোহো সকল শুনিয়ো মহাৰাজে॥ ২৪৩৭৯
সাত্যকিক খেদে ভৰদ্বাজৰ নন্দন।
ব্যূহমুখে পটোৱাৰ ভাঙ্গে পাণ্ডুগণ॥
একে কৃতবৰ্ম্মা সবে পাণ্ডু নিবাৰিল।
দেখি ভীমসেন অগ্নিসম জ্বলি গৈল॥ ২৪৩৮০
তিনি শৰ মাৰি তাৰ ভেদিলন্ত তনু।
ভল্লশৰ মাৰি তাৰ ছেদিলন্ত ধনু॥
ধনু কাটি বৃকোদৰে কৰে সিংহধ্বনি।
কটাক্ষো নকৰে কৃতবৰ্ম্মা শিৰোমণি॥ ২৪৩৮১
ধৰ্ম্মৰাজে পাঞ্চ শৰ কৰিলা সন্ধান।
সহদেৱে হানিলন্ত বিংশতি মাৰ্গ্গন॥
নকুলে শতেক শত শৰ ঘটোৎকচে।
দ্ৰৌপদীৰ পঞ্চ পুত্ৰে তিনিতিনি নাৰাচে॥ ২৪৩৮২

ধৃষ্টদ্যুম্ন যদুদাম দ্ৰুপদ বিৰাট।
তিতিনি নাৰাচে তাৰ ভেদিল ললাট ॥
শিখণ্ডীয়ে পাঞ্চ শৰে টানি ভেদিলন্ত।
ভল্ল হানিলন্ত যত তাৰ নাহি অন্ত ॥ ২৪৩৮৩
এতেকৰ শৰচোটে কৃতবৰ্ম্মা বীৰ।
আন ধনুখান লৈয়া মুষ্টি কৰি থিৰ ॥
এঠেকক পাঞ্চ পাঞ্চ শৰে ভেদিলন্ত।
এক শৰ হানিয়া ধনুক কাটিলন্ত ॥ ২৪৩৮৪
সত্তৰি শায়কে কৃতবৰ্ম্মা বীৰবৰে।
মাৰুতিক ভেদিলন্ত দুই স্তন ভিতৰে ॥
কম্পি গৈলা মাৰুতি দাৰুণ সন্ধানত।
পৃথিবী কম্পতে যেন কাম্পয় পৰ্ব্বত ॥ ২৪৩৮৫
কেন্ধাতে থাকিলা ৰথ কুবৰত ধৰি।
ৰব ৰব বীৰে ধাইলা তাঙ্ক পাচ কৰি ॥
দশোদিশ ঢাকিয়া কৃতবৰ্ম্মাক পীড়িলা।
কতোক্ষণে ভীমসেনে চেতন লভিলা ॥ ২৪৩৮৬
শক্তিগোটা তুলিলা লোহাৰ যেন দণ্ড।
আঠগোটা ঘণ্টা বাজে শুনন্তে প্ৰচণ্ড ॥
খেপিয়া পঠাইলা ভীমে নিজবাহু বলে।
আকাশ প্ৰকাশ কৰি উল্কা যেন চলে ॥ ২৪৩৮৭
অগ্নিৰ কণিকা যেন ওফাৰন্তে যাই।
দুয়ো দলে উৰ্দ্ধমুখ হুয়া আছে চাই ॥
কৃতবৰ্ম্মা দেখে শক্তিগোটা আসে ছানি।
কাটিলন্ত শক্তিগোট নিজ অস্ত্ৰ হানি ॥ ২৪৩৮৮
শক্তি নষ্ট ভৈল দেখিলন্ত বৃকোদৰ।
আন ধনু ধৰি শৰ কৰিলা প্ৰহাৰ ॥
হৃদয় উদৰ কাখ কোষ বক্ষস্থল।
নিৰন্তৰে ভেদিলন্ত ভীম মহাবল ॥ ২৪৩৮৯
গেৰুধাৰা সদৃশ ৰুধিৰ বহি যায়।
অশোক ফুলিল যেন অধিক সুহাই ॥
ক্ৰোধে কৃতবৰ্ম্মা হাতে ধনু লৈলা তুলি।
পাঞ্চপাট নাৰাচে ভীমক থৈলা শালি ॥ ২৪৩৯০
তিতিনি শায়কে সবাহাকে কুটিলন্ত।
গাৱে গাৱে বাছি সবাহাকে ভেদিলন্ত ॥
পুনু সাত সাত বাণে ভেদিলন্ত তনু।
খুৰবাণে শিখণ্ডীৰ কাটিলন্ত ধনু ॥ ২৪৩৯১
ধনু কটা ভৈল দেখি দ্ৰুপদনন্দন।
হাতে খাণ্ডা ধৰিলন্ত যুজিবাক মন ॥
বাম হাতে ৰাক শত চন্দ্ৰ লিখিয়াছে।
ফুৰায়া ফুৰায়া খাণ্ডা হানিলন্ত পাচে ॥ ২৪৩৯২
ধনু কাটিলন্ত তাৰ শৰে সমন্বিতে।
যেন অগ্নিকুণ্ড খাণ্ডা পৰিল ভূমিতে ॥
পঞ্চাশ নাৰাচে পাচে পাঞ্চালী নন্দনে।
হাৰ্দ্দিকৰ ফৌজ যত কৰিলা সন্ধানে ॥ ২৪৩৯৩
আন ধনু ধৰি পাচে হৃদিক তনয়।
দোধো শৰে সবাহাৰে ভেদিল হৃদয় ॥
শিখণ্ডীক সাত শৰে ভেদিলন্ত কোখে।
শিখণ্ডীয়ো হানিল ষোড়শ কূৰ্ম্ম নখে ॥ ২৪৩৯৪
ক্ৰোধে কৃতবৰ্ম্মা যেন জ্বলিল অগনি।
ডাক দিয়া বোলে অৰে শুন যাজ্ঞসেনী ॥
ভীষ্মক যে বধিবাৰ সবে মান সাৰো।
নপলাস যেবে আজি সমৰতে মাৰোঁ ॥ ২৪৩৯৫
সবাক এৰিয়া শিখণ্ডীক খেদি গৈলা।
দুই দণ্ডমানে দুইৰো পথযুদ্ধ ভৈলা ॥
দুয়ো বীৰে শৰ কৰে দুয়ো সংহাৰয়।
ধনু কাটি কাটি গদা মুদগৰে যুজয় ॥ ২৪৩৯৬
ৰথৰ মণ্ডলি কৰে চাহন নযায়।
প্ৰলয়ত যেন দুই আদিত্য উদয় ॥
কতোবেলি ছিদ্ৰ পায়া কৃতবৰ্ম্মা বলী।
আশী বসৎদন্ত হানিলন্ত হুলহুলি ॥ ২৪৩৯৭
দাৰুণ সন্ধান পায়া দ্ৰুপদনন্দন।
কম্পি কম্পি মুৰ্চ্ছা গৈলা নাহিকে চেতন ॥
আমৰা বুলিলোঁ শিখণ্ডীক আন ধৰি।
শুনি কৃতবৰ্ম্মা বীৰ গৈলেক লৰধি ॥ ২৪৩৯৮
সুজনা সাৰথি পলুৱাই লৈয়া গৈলা।
সাৰথিৰ গুণে তাৰ প্ৰাণৰক্ষা ভৈলা ॥
শিখণ্ডীক ৰাখি পাণ্ডুদলে দিলা ধাৱ।
সবাকো ভঙ্গাইল কৃতবৰ্ম্মা অনিৰ্ব্বাৰ ॥ ২৪৩৯৯

পাণ্ডৱ জিনিয়া পাচে জিনিলন্ত ছেদি।
পাঞ্চালক জিনিলা মৎস্যৰ সেনা ভেদি ॥
পাণ্ডৱদলত ভৈলা দাৰুণ আবাৰ।
শঙ্খ সিংহনাদ কৰে সকলে কৌৰৱ ॥ ২৪৪০০
শুনে ব্যূহমুখত যুজন্ত যুযুধান।
কাম্বোজৰ সেনা মাৰি নেন্ত যমথান ॥
দেখন্ত পাণ্ডৱীদল ৰণে দিলা ভঙ্গ।
কৌৰৱৰ দলত শুনয় ৰঙ্গ ঢঙ্গ ॥ ২৪৪০১
ৰথ পালটায়া ব্যূহ বাহিৰক যায়।
ৰথৰ বেগত হয় হস্তী ওফৰায় ॥
ৰথচক্র পঞ্জীগণ ভূমিত পশিল।
কৃতবৰ্ম্মা বীৰৰ গৈয়া আগত মিলিল ॥ ২৪৪০২
পাণ্ডৱীসেনাক এৰি হৃদিক তনয়।
ছয় শৰে সাত্যকিৰ ভেদিল হৃদয় ॥
যুযুধানে এক শৰে কাটিলন্ত ধনু।
একেশ্বৰে হাৰ্দ্দিকৰ ভেদিলন্ত তনু ॥ ২৪৪০৩
সাৰথিক মাৰিয়া মাৰিল ঘোটকক।
হৃদয়ত হানিলন্ত চৌষষ্টি শায়ক ॥
কুটুম্বৰ গুণে তাৰ নলৈলেক প্ৰাণ।
তাহাৰ যতেক সেনা কৰিল নিৰ্য্যাণ ॥ ২৪৪০৪
ৰথ পালটায়া পাচে শিনিৰ নন্দন।
দ্ৰোণৰ সেনাত পৰি কৰিলা কদন ॥
দুঃশাসনে দেখে সাত্যকিৰ পৰাক্ৰম।
সেনা সংহাৰন্ত যেন কালান্তক যম ॥ ২৪৪০৫
জণ্টায়া আনিয়া দিলা হস্তী পটোৱাৰ।
তাহাৰ পাচত জলসন্ধ অনিৰ্ব্বাৰ ॥
সাত্যকি বোলন্ত সূত বামপাশে চাহা।
দ্ৰোণৰ দক্ষিণ লাগি মোৰ ৰথ বাহা ॥ ২৪৪০৬
দুঃশাসন আছয় চড়িয়া হস্তীকন্ধে।
ৰথ গজ হয় প্ৰজা যুদ্ধক প্ৰবন্ধে ॥
ত্ৰিগৰ্ত্তৰ ৰাজা যুদ্ৰমৰ্দ্ৰিৰ কুমাৰ।
সুবৰ্ণৰ ধ্বজছত্ৰ কৰে জাতিস্কাৰ ॥ ২৪৪০৭
হস্তীযূথ আছে যেন কালমেঘখণ্ড।
সুবৰ্ণৰ মালা জ্বলে ইন্দ্ৰৰ কোদণ্ড ॥
সুবৰ্ণৰ বৰ্ণ ৰাজা সুবৰ্ণ ৰথত।
সুবৰ্ণ কৱচগোট পিন্ধিছে গাৱত ॥ ২৪৪০৮
সুবৰ্ণৰ অলঙ্কাৰ ৰত্নে বিৰচিত।
ধনুখান টঙ্কাৰয় ৰাখৰে খচিত ॥
তাহাৰ সমীপ লাগি বাহা মোৰ ৰথ।
নগৈলেয়ো খেদি আসি ভেন্টিবেক পথ ॥ ২৪৪০৯
ডাকিলেক ৰথখান গুৰুতৰ বেগে।
হস্তীযূথে আগ ভেন্টিলেক সেহি ছেগে ॥
যাৰ যত আছে অস্ত্ৰ হানে নিৰন্তৰে।
দশোদিশে ঢাকিলেক সাত্যকি বীৰৰে ॥ ২৪৪১০
শিনিৰ নন্দক বীৰ বীৰমধ্যে সাৰ।
একতিল লঘু নহে শৰৰ প্ৰহাৰ ॥
তাসম্বাৰ অস্ত্ৰ শস্ত্ৰ আগে তাক ছেদে।
মাহুত থাকন্তে হস্তী কুম্ভস্থল ভেদে ॥ ২৪৪১১
কাহাৰো চৰণ কাটে কাৰো কাটে মুণ্ড।
কাৰো দন্ত লাঙ্গুল কাহাৰো কাটে শুণ্ড ॥
পৰ্ব্বতমানক লক্ষে যেন পুৰন্দৰে।
বজ্ৰ অশনিক বৰিষিলা নিৰন্তৰে ॥ ২৪৪১২
সাত্যকিয়ো তেনমতে নাৰাচ খেপিলা।
ৰগুভগু কৰি হস্তীযূথক খেদিলা ॥
আৰ্ত্তনাদ কৰি হস্তীসেনা যাই ভাগি।
জলসন্ধে হস্তী খেপিলেক তাক লাগি ॥ ২৪৪১৩
পৱন সঞ্চাৰে মুণ্ড তুলি আছে হস্তী।
যেন যমদণ্ড ধৰি ধাইল প্ৰজাপতি ॥
লোহাৰ কৱচ গাৱে ৰত্নৰ ঝুমুক।
যেন গগনত দেখি চন্দ্ৰৰ ৰেথাক ॥ ২৪৪১৪
সাত্যকি দেখিলা বৰ হস্তীৰ প্ৰহাৰ।
শুণ্ডতে কৰিলা তিনি শৰৰ প্ৰহাৰ ॥
বৰ চোটে মুণ্ড চপৰাইল মৈমন্ত।
ক্ৰোধে জ্বলি গৈল জলসন্ধৰ গাৱত ॥ ২৪৪১৫
তেখনে দ্বাদশ শৰে হৃদয়তে ভেদি।
একশৰ হানিয়া তাহাৰ ধনু ছেদি ॥
ধনু কটা গৈল বীৰে হানিলা তোমৰ।
বাম বাহু ভেদিলেক সাত্যকি বীৰৰ ॥ ২৪৪১৬

হাতৰ খসিল ধনু দাৰুণ সন্ধানে।
পুনু ধনু ধৰি হানিলেক ষাঠি বাণে ॥
পাচে জলসন্ধ ৰাজা খড়্গ চৰ্ম্ম ধৰি।
ফুৰাইলেক খাণ্ডা সাত্যকিক লক্ষ্য কৰি॥ ২৪৪১৭
খেপিয়া পঠাইল চক্ৰ চলিল ত্বৰিত।
সাত্যকিৰ ধনু কাটি পেলাইলা ভূমিত ॥
আন ধনু ধৰি পাচে শিনিৰ কুমাৰে।
গুণ দিয়া কৰি পাচে ধনুৰ টঙ্কাৰে ॥ ২৪৪১৮
ধনুত জুৰিল আন দুই খুৰবাণ।
কৰ্ণমানে ধনু টানি কৰিলা সন্ধান ॥
পৰিঘ সমান তাৰ বাহু দুইখান।
কৰিবাক লাগি আছে শৰৰ সন্ধান ॥ ২৪৪১৯
কাটিয়া পেলাইল দুই খুৰে লাগ পায়া।
আউৰ খুৰ হানি মুণ্ড পেলাইল কাটিয়া ॥
হস্তীৰ উপৰে তাৰ কন্ধ যে পৰিল।
ৰাজাৰ শোণিতে তাৰ শৰীৰ তিতিল ॥ ২৪৪২০
শৰৰ চোটত হস্তী পলাইল উলটি।
আপোনাৰ সেনাগণ মাৰয় খচকি ॥
জলসন্ধ পৰিল সিসিক ৰাজপুত্ৰ।
ডাক দিয়া বোলয় সাত্যকি আছে কুত্ৰ ॥ ২৪৪২১
তোমাকেসে মাৰিলে ৰাজাৰ মান পাইবো।
তোৰ মুণ্ড কাটি ধৰ্ম্মৰাজাত যোঁগাইবো ॥
ক্ৰোধে কম্পমান যে সাত্যকি মহাবীৰ।
ভৰ্চ্ছিয়া আসন্তে তাৰ কাটিলন্ত শিৰ ॥ ২৪৪২২
হস্তীৰ ভেদিলা তিনি শৰে বক্ষস্থল।
শৰচোটে হস্তীগণ পলাইল সকল ॥
বধিলন্ত জলসন্ধ নিষাদ তনয়।
তাহাৰ সেনাত পৰি কৰিলা প্ৰলয় ॥ ২৪৪২৩

---

সাত্যকিৰ যুদ্ধ

ছবি

সাত্যকিৰ পৰাক্ৰম দেখিলন্ত গুৰুদ্ৰোণ
মনে মনে মানন্ত বিস্ময় ।

দুৰ্ম্মুখক সম্বুধিয়া বচন বুলিলা তাক
গুৰু ভৰদ্বাজৰ তনয় ॥
যত বলীয়াৰ বীৰ আগতে জপ্টাই আছো
ৰথ গজ তৰপে তৰপে।
ৰৰ কৰি যুজিবেক মহাৰিয়ো নগৈলেক
সি বীৰক যুজে কাৰ বাপে॥ ২৪৪২৪
হেৰা মই ভৈলোঁ আগ হৈয়া মোৰ পাচ ভাগ
আসিয়োক সকলে তাহাক।
অশ্বত্থামা দুঃশাসন কৃতবৰ্ম্মা আদি কৰি
বীৰগণে চৌভিতি বেঢ়োক ॥
তেতিক্ষণে সাত্যকিয়ো দ্ৰোণ আগে ভৈল স্থিৰ
উসমিস লাগিল কটকে।
যুৱৰাজ দুঃশাসন অপৰ সোদৰগণ
দ্ৰোণেও দিলন্ত শৰজাকে ॥ ২৪৪২৫
তেসম্বাৰ শৰ সঙ্গ খণ্ড খণ্ড কৰিলন্ত
সবাৰে কাটিল ধনুৰ্ব্বাণ।
পটোৱাৰ ভাঙ্গিলন্ত তাসম্বাক ভঙ্গাইলন্ত
বহু শৰ কৰিয়া সন্ধান ॥
এতেকতে দুৰ্য্যোধনে আপোনাৰ ফৌজ লৈয়া
সাত্যকিৰ ভেটিলেক বাট।
চাৰি শৰে দুই কোষ পঞ্চ শৰে হৃদয়ত
এক শৰে ভেদিল ললাট ॥ ২৪৪২৬
গুৰু দ্ৰোণে ভেদিলন্ত সত্তৰি শায়ক হানি
দুৰ্ম্মৰ্ষণে হানিল দ্বাদশ।
বিকৰ্ণেও তিনি শৰে কোপে কোপে বক্ষস্থলে
দুঃসহে মাৰিল ভল্ল দশ ॥
দুৰ্ম্মুখে দ্বাদশ শৰে আঠ দুঃশাসন বীৰে
চিত্ৰসেনে দোগোটা শায়কে।
দুৰ্য্যোধনে দশবাণে আন সবে বীৰগণে
হানিলেক প্ৰত্যেকে প্ৰত্যেকে ॥ ২৪৪২৭
সাত্যকিৰ শৰীৰত সবে শৰে ফুটিলেক
বোৱালে কহিব বহি যায়।
যেন অৰণ্যৰ মাজে পলাশ ফুটিয়া আছে
তাতো কৰি অধিক শুৱায় ॥

তাসবাৰ শৰচোট কটাক্ষ নকৰে বীৰে
দৃঢ় ধনু ধৰি যুযুধান।
দ্ৰোণক দ্বাদশ শৰে দশ শৰে দুম্মুহক
বিকর্ণক কৰিলা সন্ধান ॥ ২৪৪২৮
দ্বাদশ দ্বাদশ শৰে বিবিংশতি দুর্ম্মৰ্ষণে
সাত্যকিক দশ শৰে ভেদি।
বিজয়ক দশ শৰে বৰ চক্ষ লগাইলেক
ৰাজাৰ দলক গৈল খেদি ॥
বীৰশিৰ ভুজ দণ্ড কাটি কাটি পেলাইলন্ত
কত বীৰ পলাইল তৰাসে।
যেন বনে তাল ফল দুপ দুপ কৰি পৰে
যেনমতে প্ৰচণ্ড বতাসে ॥ ২৪৪২৯

——

সাত্যকিৰ সৈতে দ্ৰোণৰ যুদ্ধ আৰু পৰাভৱ

পদ

দুৰ্য্যোধন বীৰক ভেদিলা তিনি বাণে।
ৰাজায়ো কৰিলা তিনি শৰৰ সন্ধানে ॥
পুনৰপি সাত্যকি ৰাজাৰ ধনু ছেদি।
কম্পাইলন্ত ৰাজাক চৌষষ্টি শৰে ভেদি ॥ ২৪৪৩০
আন ধনু ধৰি ৰাজা কোপে কম্পমান।
শতেক নাৰাচ লৈয়া কৰিলা সন্ধান ॥
হৃদয়ত পৰি ফুটি ফুটি বাজ ভৈল।
সাত্যকি বীৰৰ তাত কটাক্ষো নভৈল ॥ ২৪৪৩১
শিনিৰ নন্দন যে বীৰতে বীৰ সাৰ।
ৰাজাক কৰিলে আতি শৰৰ প্ৰহাৰ ॥
হৃদয়ত পৰি বৰ চোটে বজাই গৈল।
শৰৰ সন্ধানে ৰাজা মূৰ্চ্ছাগত ভৈল ॥ ২৪৪৩২
সকলে সোদৰে দেখে অৱস্থা ৰাজাৰ।
সাত্যকিক কৰিলেক শৰৰ প্ৰহাৰ ॥
পাঞ্চ পাঞ্চ শৰে বীৰে সবাকো ভেদিল।
পুনৰপি সাত সাত সবাকো হুম্পিল ॥ ২৪৪৩৩
হৃদয়ত ৰাজাৰ ভেদিল আঠ বাণে।
একশৰে হাতৰ কাটিলা ধনুখানে ॥
মণিময় ধ্বজগোট নাগৰ আকাৰ।
তাক কাটি ঘোটকক কৰিলা সংহাৰ ॥ ২৪৪৩৪
সাৰথিক কাটিয়া পেলাইল খুৰবাণে।
নৱ শৰে ভেদিলেক মৰ্ম্ম মৰ্ম্ম স্থানে ॥
উফৰি পৰিল ৰাজা মুখে মাটি খায়া।
হাহাকাৰ কৰে সবে ৰাজাক দেখিয়া ॥ ২৪৪৩৫
ধৰিবাক মনে সাত্যকিয়ো খেদি গৈলা।
মাংসখণ্ড দেখি যেন শেনে জাম্প দিলা ॥
লৰৰি চৰিলা চিত্ৰসেনৰ ৰথত।
কৃতবৰ্ম্মা সাত্যকিৰ বেঢ়িলেক পথ ॥ ২৪৪৩৬
পুনৰপি দুয়ো বীৰে কৰিলা সমৰ।
পূৰ্ব্বত যুঝিলা যেন বৃত্ৰ-পুৰন্দৰ ॥
প্ৰথমত কৃতবৰ্ম্মা শিনিনন্দনক।
হানিলন্ত হৃদয়ত সত্তৰি শায়ক ॥ ২৪৪৩৭
সাৰথিক সাত সাত শৰে ঘোটকক।
বিংশতি শায়কে যেৱে বিন্ধিলা ধ্বজক ॥
সাত্যকি ভেদিলা তাঙ্ক শতেক শায়কে।
সাত শৰে সাৰথি পঞ্চাশে ঘোটককে ॥ ২৪৪৩৮
শৰচোটে কাম্পয় হাৰ্দ্দিক মহাবলী।
আনো বাণ হানিলেক তাঙ্কেসে আকলি ॥
যমদণ্ড সম শৰ পৰিল হৃদিত।
ৰুধিৰে তিমিৰ হুয়া পৰিল ভূমিত ॥ ২৪৪৩৯
জানু হানি কৃতবৰ্ম্মা ভূমিত পৰিলা।
কুটুম্ব কাৰণে পুনু শৰ নকৰিলা ॥
পৰাজিত ভৈলা যেৱে ৰাজা দুৰ্য্যোধন।
কৃতবৰ্ম্মা বীৰৰ ক্ষণেকে হৰাই প্ৰাণ ॥ ২৪৪৪০
আন কোন বীৰ তাহাৰ মুখে লাগে।
ভাগি ভাগি পলাই সেনা নৰহয় আগে ॥
অৰ্জ্জুনক দেখো গৈয়া হেন ৰঙ্গমনে।
ৰথ ডাকি নিশঙ্কে চলিলা যুযুধানে ॥ ২৪৪৪১
সন্ধুক্ষণ হুয়া পাচে কৃতবৰ্ম্মা বলী।
আন ৰথে চৰি ব্যূহমুখে গৈলা চলি ॥
পৱন সঞ্চাৰে গুৰু দ্ৰোণ গৈল খেদি।
থাকিলন্ত সাত্যকি বীৰৰ পাৰ ভেদি ॥ ২৪৪৪২

সকলে সোদৰে পুনৰপি লৈলা লাগ।
দ্ৰোণ পাশ পাইলন্ত সাত্যকি মহাভাগ ॥
সকলে লোহাৰ বৎসদন্ত তিনিপাটে।
তাড়িলেক গুৰু যুযুধানৰ ললাটে ॥ ২৪৪৪৩
ললাটৰ শৰসমে কৰিলা দীপিতি।
যেন তিনি শৃঙ্গে সমে পৰ্ব্বতে কৰে গতি ॥
পুনৰপি বজ্ৰসম শৰ বৰিষন্ত।
কতেক মাৰিল শৰ তাৰ নাহি অন্ত ॥ ২৪৪৪৪
শিনিৰ নন্দনে বৰ বিক্ৰম কৰন্ত।
দোখণ্ড দোখণ্ড কৰি শৰ সংহাৰন্ত ॥
যেন পৰ্ব্বতৰ হন্তে ৰশ্মি বজাই যায়।
তেনে কৰি দুয়ো বীৰে শৰ বৰিষয় ॥ ২৪৪৪৫
দুয়ো বীৰ সমান যুদ্ধত হেন দেখি।
ৰথৰ মণ্ডলী কৰে যেন দুয়ো পক্ষী ॥
সাত্যকিক গুৰু দ্ৰোণে বিংশতি শায়কে।
দুনাই পঞ্চাশে পুনু ভেদিল শতেকে ॥ ২৪৪৪৬
সাত্যকি দেখয় গুৰু দ্ৰোণ ভৈল চাৰ।
নবপাট বৎসদন্ত কৰিলা প্ৰহাৰ ॥
ধ্বজগোট ভেদিল অপৰ তিনি বাণে।
সাৰথিক ভেদি পাচে ভেদিলন্ত যানে ॥ ২৪৪৪৭
কঙ্কপত্ৰে ছায়া আছে সত্তৰি শায়কে।
সাত্যকিক এক শৰে চাৰি ঘোটককে ॥
সাৰথিক এক শৰে ভেদিলন্ত তনু।
ভল্ল হানি কাটিলন্ত সাত্যকিৰ ধনু ॥ ২৪৪৪৮
ধনু কটা গৈল গদা ধৰি দিলা পাক।
গদা পাকে অগনি নিকলে জাকে জাক ॥
ক্ষেপিলন্ত গদা চলে দ্ৰোণৰ ৰথক।
দ্ৰোণে কাটিলন্ত হানি চৌষষ্টি শায়ক ॥ ২৪৪৪৯
আন ধনু ধৰি হানিলন্ত তিনি শৰ।
দুই চক্ষু মাজে ভৰদ্বাজ নন্দনৰ ॥
শঙ্খনাদ কৰিয়া লৰৰি দিলা চক্ৰ।
শুনিয়া দ্ৰোণৰ গাৱে উঠি গৈলা খঙ্গ ॥ ২৪৪৫০
শক্তিগোটা তুলি লৈলা কনকৰ দণ্ড।
বল দিয়া মাৰন্তে উঠিলা অগ্নিকুণ্ড ॥

দশোদিশ প্ৰকাশিয়া শকতি চলিল।
সাত্যকিক পায়া তাৰ ৰথত পৰিল ॥ ২৪৪৫১
পৃথিৱীত পৰিলন্ত তাহাৰ ৰথ ফুলি।
সাত্যকিয়ো দুৰ্ব্বাৰ নাৰাচ লৈলা তুলি ॥
প্ৰহাৰিয়া গুৰুৰ ভেদিলা বাম ভুজ।
ধনু পৰিলেক খসি হাত ভৈল কুজ ॥ ২৪৪৫২
ক্ষণিকতে সুস্থ হুয়া ব্ৰাহ্মণ প্ৰচণ্ড।
অৰ্দ্ধচন্দ্ৰে ধনুক কৰিল খণ্ড খণ্ড ॥
সাৰথিয়ো মূৰ্চ্ছা গৈল ৰথ শক্তি পৰি।
আপুনি সাত্যকি ধৰিলন্ত বাঘজৰী ॥ ২৪৪৫৩
আপোনাৰ ৰথখান আপুনি ৰাখন্ত।
একশত শায়কে দ্ৰোণক ভেদিলন্ত ॥
ধনু মুঠি শৰ দ্ৰোণে সবে কৰি ডাট।
সাত্যকিৰ হৃদয়ে হানিলা শৰপাট ॥ ২৪৪৫৪
সাত্যকিয়ো দেখন্ত কৌৰবে বায়ু ডাটে।
আকে যুজি আছোঁ মই ছেপে কোন কাঠে ॥
যি কাৰ্য্যে আসিছোঁ তাক কেনে কৰোঁ হেলা।
সময় প্ৰশস্ত নহে যুজিবাৰ বেলা ॥ ২৪৪৫৫
চাপ লৈয়া উঠি বীৰে যুজিবে নপাইলা।
বোলে বৃষ্ণিবংশৰ প্ৰতাপ অস্ত গৈলা ॥
কিস লাগি দিলোঁ মই বৈৰক আসঙ্গ।
দ্ৰোণক মুহিবো প্ৰহাৰিয়া শৰ সঙ্গ ॥ ২৪৪৫৬
সাৰথিক কাটিলন্ত এক শৰঘায়ে।
দৃঢ় কৰি তাৰিলন্ত ঘোটকৰ গায়ে ॥
ৰাখন্তায়ো নাহিকে প্ৰহাৰ পায়া বৰ।
পালটিয়া চাৰি ঘোঁৰা দিলেক লৰৰ ॥ ২৪৪৫৭
দুৰ্য্যোধন আদি কৰি সকলে সোদৰ।
ডৰে পলাই গৈল সবে ব্যূহৰ ভিতৰ ॥
পাণ্ডৱে দেখিয়া কৰিলেক সিংহনাদ।
কৌৰৱীদলত বৰ মিলিল প্ৰমাদ ॥ ২৪৪৫৮
সাত্যকিয়ো সাৰথিক আশ্বাস কৰিয়া।
অৰ্জ্জুন দেখিবে লাগি গৈলন্ত লৰিয়া ॥
দ্ৰোণে দেখিলন্ত সাত্যকিৰ নহো সম।
ব্যূহমুখে পাণ্ডৱসেনাৰ হওঁ যম ॥ ২৪৪৫৯

এহি বুলি ব্যূহমুখে ভৈলা উপসন্ন।
ধনু ধৰি পাণ্ডৱীসেনাক কৰৈ ছন্ন ॥
কহে ৰামসৰস্বতী এৰা আন কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥২৪৪৬০

—০—

সাত্যকিৰ সৈতে কৌৰৱসকলৰ যুদ্ধ

ছবি

দ্ৰোণক জিনিয়া শিনিৰ নন্দন
বায়ুবেগে চলি যান্ত ॥
সূৰ্য্যৰ সমান ধ্বজগোট জ্বলে
সুদৰ্শনে দেখিলন্ত ॥
সুদৰ্শন ৰায় পুলিন্দ তনয়
গৈলা সাত্যকিক খেদি।
আপোন বিক্ৰমে ৰথ নিবাৰিলা
সত্তৰি শায়কে ভেদি ॥ ২৪৪৬১
অযুতে নিযুতে শৰ প্ৰহাৰিলা
মহাবীৰ সুদৰ্শন।
সবে শৰ সঙ্গ ধনু টোণ বাণ
কাটিলন্ত যুযুধান ॥
সাত্যকিয়ে যত শৰ প্ৰহাৰিলা
সুদৰ্শনে তাক ছেদি।
ছিদ্ৰ পায়া পাচে দুইকো দুই বীৰে
বজ্ৰসম শৰে ভেদি ॥ ২৪৪৬২
দন্ত কামুৰিয়া ধনু টানি টানি
দুয়ো বীৰে শৰ কৰে।
দশোদিশে যত কৌৰৱৰ দলে
শৰে ফুটি ফুটি মৰে ॥
পুনু তিনি শৰে সুদৰ্শন বীৰে
ভেদিলেক সাত্যকিক।
কৱচ ভেদিয়া হৃদয় ফুটিয়া
বিদাৰিলা পৃথিৱীক ॥ ২৪৪৬৩
পুনু চাৰি শৰ হানি মহাবীৰ
ভেদিলা চাৰি ঘোটক।
পুনু চাৰি শৰে দুই কোষ ভেদি
চাৰি শৰে চৰণক ॥
শৰচোট পায়া শিনিৰ নন্দন
অগ্নিৰ সমান ভৈলা।
চাৰি শৰে চাৰি ঘোঁৰাক মাৰিয়া
সাৰথিৰ প্ৰাণ লৈলা ॥ ২৪৪৬৪
কৰ্ণমান কৰি ধনুখানি টানি
খুৰ ধৰিলন্ত ডাটি।
কিৰীটি কুণ্ডলে সহিতে ৰাজাৰ
মুণ্ড পেলাইলন্ত কাটি ॥
তাহাক ছানিয়া শিনিৰ নন্দন
পুনু বেগ টানি গৈল।
ৰথৰ সাৰথি ৰথ বহি যান্ত
সূৰ্য্যক সঘনে চাইল ॥ ২৪৪৬৫
সাৰথিৰ চিত্ত জানি যুযুধানে
হাসিয়া বোলে বচন।
কিসক লাগিয়া বেলিক টলিয়া
ভয় কৰি কি কাৰণ ॥
বিক্ৰম কৰিয়া হেলায়ে তৰিয়া
ভৰদ্বাজ সাগৰত।
বীৰ জলসন্ধ হৃদিক তনয়
দুখ তেজে সমৰত ॥ ২৪৪৬৬
পুলিন্দ তনয় অল্প নদী হয়
তাক আসি লওঁ ভেটি।
আনো যত বীৰ ধনু ধৰি আছে
তৃণ হেন নিবো ছেদি ॥
সবাকে ভেদিয়া অৰ্জ্জুন সমীপ
পাইলো হেন কৰি মন।
সকলে বীৰত্ব আজি সাফলিবো
তৰি কুৰুনদী থান ॥ ২৪৪৬৭
কুৰু মুণ্ডা মুণ্ড কাম্বোজ আছয়
ৰথ বাহা শীঘ্ৰ কৰি।
সবাকে মাৰিয়া পেলিবো যমক
চাই থাকা ৰঙ্গ কৰি ॥

ভয় নকৰিবা দাৰুকৰ ভাই
বাহা ৰথ বেগ ধৰি।
ৰামসৰস্বতী কহে নিৰন্তৰে
ডাকি বোলা হৰি হৰি ॥ ২৪৪৬৮

—•—

সাত্যকিৰ হাতত কৌৰৱৰ পৰাজয়

পদ

সাৰথি বোলন্ত শুনা সাত্যকি বিনয়।
তোমাৰ প্ৰসাদে মোৰ কাকো নাহি ভয় ॥
ভীষ্ম দ্ৰোণ কৰ্ণ দ্ৰোণী বীৰৰ আগত।
কোন দিনা দেখি আছা বিশ্ৰাম ৰথত ॥ ২৪৪৬৯
বিষ্ণুৰ দাৰুক যেন ইন্দ্ৰৰ মাতলি।
ৰথত কুশল মই হওঁ মহাবলা ॥
সাত্যকি বোলন্ত শুনা দাৰুকৰ ভাই।
হেৰা দেখা কাম্বোজে আমাক আছে চাই ॥২৪৪৭০
সুদক্ষিণ ৰাজাৰ সমান গোটে গোটে।
লাগ পাইলে আমাক যুজিবে বৰ চোটে ॥
সবে সেনা মাৰি আজি দেখাইবো প্ৰতাপ।
ৰাজা দুৰ্য্যোধনৰ হৃদয়ে দিবো তাপ ॥ ২৪৪৭১
পাণ্ডৱৰ যত স্নেহ সকলে দেখাইবো।
পৱনৰ বেগে গৈয়া অৰ্জ্জুনক পাইবো ॥
নামতেসে বোলাৱ সাত্যকি বলশালী।
দেখাইবাক নযাওঁ মোহোৰ মুনিষালি ॥ ২৪৪৭২
মোৰ ভাগ্যে দ্বন্দ্ব ভৈল পাণ্ডৱ কৌৰৱ।
দেখাইবাক ঠাই পাইলো বলৰ গৌৰৱ ॥
কিনো কুটুম্বিত ভৈলা ধৃতৰাষ্ট্ৰ পুত্ৰ।
নুহিবা এতেক যুৱ এক ঠাই কুত্ৰ ॥ ২৪৪৭৩
এতেকতে কাম্বোজদলক পাইল ৰথ।
আস্ফোট কৰিয়া আসি ভেণ্টিলেক পথ ॥
ধনু ধৰি শৰ কৰি মুষ্টিৰ প্ৰহাৰ।
গদা ভিণ্ডিপাল শূল ত্ৰিশূল তোমৰ ॥ ২৪৪৭৪
ৰথে গজে বাযুত্তে পদাতি নিৰন্তৰে।
তম্ভি গৈল ৰথখান জৰ্জ্জৰিত শৰে ॥
ৰথ তম্ভিবাৰ দেখি সাত্যকি খঙ্গাইল।
ধনু ধৰি নিৰন্তৰে শৰ বৰিষিল ॥ ২৪৪৭৫
অস্ত্ৰ শস্ত্ৰ ছেদিয়া বীৰৰ কাটে শূল।
ৰথৰ আগৰ সেনা কাটিয়া পেলাইল ॥
বাম দক্ষিণৰ ছুয়ো ভিতি নিলগাইল।
যেন সোন্ত ভাগি বৰ বেগে যাই জল ॥ ২৪৪৭৬
সেহিমতে কৌৰৱৰ সেনা যাই মানি।
সাত্যকিৰ ৰথখান গৈল বেগ টানি ॥
হস্তী উকৰাইল সাত্যকিৰ শৰচোটে।
বৰ চোট পাৱয় ঘোটক ছুই গোটে ॥ ২৪৪৭৭
ছয় সাত আঠ পক্ষী ফলে একে শৰ।
অল্পমাত্ৰ শেষ ভৈল সেনা কাম্বোজৰ ॥
কাম্বোজক ধ্বংসিয়া সবাকো বিধ্বংসিলা।
দৰদক মাৰি কিৰাটক সংহাৰিলা ॥ ২৪৪৭৮
ভগদত্ত ৰাজাৰ যতেক ম্লেচ্ছগণ।
তাক মাৰি মাৰিলন্ত অপৰ যৱন ॥
যেন বহ্নিকুণ্ডে বন পুৰি পুৰি যাই।
ভূমি লাগি পৰৈ কেহো আধাপোৰা হুই ॥২৪৪৭৯
সাত্যকিয়ো সেহিমতে ব্যূহ ভেদি যাই।
কতো মৰে কতো পৰি থাকে শৰঘাই ॥
শৰলক্ষে যাকে পাই তাকে যাই ভেদি।
তাহাৰ শোণিত যাই বহি এক নদী ॥ ২৪৪৮০
ছুই ভিতি বৰিষিয়া মহাশৰ কৰে।
গদা ভিণ্ডিপাল আসি মুদগৰ প্ৰহাৰে ॥
এৰাৱয় বেগে কতো শৰ কৰি কাটে।
কতো শৰীৰত পৰি যাই উভচাটে ॥ ২৪৪৮১
যেহি ফৌজে ধৰে তাক গৈল আলোড়িয়া।
নিৰন্তৰে শৰ কৰৈ ছুভিতিক চায়া ॥
সহস্ৰ পৰিলে উটে দোগোটা কবন্ধ।
কবন্ধ সহস্ৰে কৰে যুদ্ধক প্ৰবন্ধ ॥ ২৪৪৮২
কতোহো কবন্ধ পঞ্চ শবদতে নাচে।
ইফৌজ যুজন্ত আসি আৰ ফৌজে কাছে ॥
মহাবেগে ৰথখান চলে ব্যূহ ভেদি।
তাহাৰ শোণিতে পাচে পাচে বহে নদী ॥২৪৪৮৩

সাত্যকিৰ পৰাক্ৰম দেখি দুৰ্য্যোধন।
সোদৰক চাহি হেন বুলিলা বচন ॥
মোৰ সেনা বিধ্বংসিয়া চলয় সাত্যকি।
শিয়ালৰ দল হেন কি কৰয় থাকি ॥ ২৪৪৮৪
দুৰ্য্যোধন দুঃশাসন বিবিংশতি ৰথ।
চিত্ৰসেন দুৰ্ম্মৰ্ষণ দুয়ো মহাৰথ ॥
দশ শত্ৰু আদি কৰি শতেক সোদৰ।
মহাবীৰ শকুনি ভল্লক বলীয়াৰ ॥ ২৪৪৮৫
ৰাজাৰ ফৌজৰ বীৰ লৈলা বাছি বাছি।
পাচে পাচে খেদি যাই বীৰ কাছি কাছি ॥
আকাশ লঙ্ঘিয়া গৈল সেনাৰ আন্দোল।
গগনক পূৰিয়া কৰ্ণত দিলা তাল ॥ ২৪৪৮৬
সাতখান পৃথিবী একত্ৰে হুয়া ৰবে।
একশত বজ্ৰ যেন একেলগে পৰে ॥
গিৰ গিৰ শুনিয়া চাহিলা যুযুধানে।
দেখে সাজি পাৰিয়া আসয় দুৰ্য্যোধনে ॥ ২৪৪৮৭
হেন দেখি পুনৰপি সাত্যকি বদতি।
অল্প কৰি ৰথখান বাহিয়ো সাৰথি ॥
কদৰ্থনা কৰি মাত্ৰ ৰহিয়ো এখনে।
কিনো নিৰ্লজ্জ মূৰ্খ এই ৰাজা দুৰ্য্যোধনে ॥২৪৪৮৮
কালমেঘখণ্ড যেন লোকে আসে ধাই।
আক আজি সেক দিবো হাতে হাতে পাই ॥
কুইনল ফুল হেন দেখি অশকত।
তোহোৰ উপৰে আজি মোহোৰ বীৰত্ব ॥ ২৪৪৮৯
মোক যুজিবাক লাগি আসে বীৰকাছে।
যমদূতবৃন্দ ৰণে আন কৈত আছে ॥
এতেকতে দুৰ্য্যোধনে চৌপাশ বেঢ়িয়া।
অন্ধকাৰ কৰিলেক শৰ বৰিষিয়া ॥ ২৪৪৯০
থাক থাক দেখ দেখ সামৰ সামৰ।
এহি বুলি দশোদিশ বেঢ়ি কৰে শৰ ॥
প্ৰথমতে সাত্যকি দাৰুণ শৰ কৰি।
সহস্ৰেক ঘোঁৰা নিলা যমৰ নগৰী ॥ ২৪৪৯১
নাৰাচে মাৰিল চাৰি শত ময়মত্ত।
মাৰিলন্ত আগুয়ান একশত ৰথ ॥
অগ্নিৰ সমান শৰ সাত্যকি মাৰয়।
আগুয়ান বীৰ মাৰি কৰিলা প্ৰলয় ॥ ২৪৪৯২
সঞ্জয় বদতি শুনিয়োক কুৰুৰাজ।
শিনিৰ নন্দনে কৰিলন্ত কোন কাজ ॥
কৃষ্ণ ধনঞ্জয়ে কৰিলন্ত যেন কাম।
তেনয় কৰ্ম্মক কৰিলন্ত যুযুধান ॥ ২৪৪৯৩
আউদালে তাকে ভেদি মাজতে পশিয়া।
ৰথ গজ বাজী হস্তে পৰিল খসিয়া ॥
মুণ্ড কাটি পেলাইলন্ত শুনি দুপচুপি।
বীৰৰ সমান ৰথ কৰে হুপহুপি ॥ ২৪৪৯৪
সবে ৰাজফৌজ যেৰে সংহৰন্তে আছে।
দুৰ্য্যোধনে সাত্যকিতে বৰিষন্ত পাচে ॥
প্ৰথমতে দুৰ্য্যোধন হানিলা শায়ক।
সাৰথিক তিনি চাৰি শৰে ঘোটকক ॥ ২৪৪৯৫
সাত্যকিক তিনি শৰে পুনু আঠ শৰে।
দুঃশাসনে দশ শৰে কৰিলা প্ৰহাৰে ॥
শকুনি হানিলা পাঞ্চ বিংশতি মাৰ্দ্দন।
চিত্ৰসেনে সাত শৰে কৰিলা সন্ধান ॥ ২৪৪৯৬
তুম্মহে পঞ্চিশ শৰ উলূকে শতেক।
আনো বীৰে প্ৰহাৰিলা তিতিনি শায়ক ॥
শৰচোটে সাত্যকি কিটাইলা বৰক্ৰোধে।
তিতিনি শায়কে ভেদিলেক সব যোদ্ধে ॥ ২৪৪৯৭
কঙ্কপত্ৰ শৰ হানি সবাকো ভেদিল।
খুৰহানি শকুনিৰ ধনুক ছেদিল ॥
দুই হাত তলে তাৰ কুৰি শৰ হানি।
মুখ চাই শকুনিক বুলিলন্ত বাণী ॥ ২৪৪৯৮
এহি দুই হাতে তই টানিলিহি পাশ।
পাণ্ডৱৰ মান সাৰো আৰ কৈক ষাস ॥
দুই স্তন মাজে তাৰ হানি সাত বাণ।
ললাটত এক শৰ কৰিলা সন্ধান ॥ ২৪৪৯৯
চিত্ৰসেনে শত দুই শৰে দুৰ্য্যোধনে।
দশৰো ফুটিল দুই শৰে মৰ্ম্মথানে ॥
দুঃশাসন কুৰি শৰে ফুটিল ললাট।
উলূকে ফুটিল হৃদি মাজে চাৰিপাট ॥ ২৪৫০০

আন ধনু ধৰি পাচে ৰাজাৰ মাতুলে ।
সাত্যকিক নাৰাচ মাৰিলা বাহুমূলে ॥
আঠ শৰে হৃদয়ত পুনু পাঞ্চ শৰে ।
ৰাজাৰ মাতুলে ক্ৰোধে কৰিয়া প্ৰহাৰে ॥ ২৪৫০১
পুনু দুঃশাসনে ষাঠি দুস্নহে সত্তৰি ।
দুৰ্ম্মুখে দ্বাদশে ভেদিলেক দৃঢ় কৰি ॥
দুৰ্য্যোধন ৰাজায়ো সহস্ৰ শৰ হানি ।
সাত্যকিৰ ৰথক ধ্বজক থৈলা ছানি ॥ ২৪৫০২
পাঞ্চ পাঞ্চ শৰে পুনৰপি যুযুধানে ।
সবাহাৰে হৃদয়ত কৰিলা সন্ধানে ॥
আকৰ্ণ টানিয়া দৃঢ় ধনুখান টানি ॥
সবাৰো হৃদয়ে বৎসদন্ত দিলা হানি ॥ ২৪৫০৩
ৰথ গজ কাটি খুৰে কাটিলন্ত ধনু ।
সাৰথিৰ শিৰ কাটি বেলেগাইলা তনু ॥
ৰথভঙ্গ ভৈল সবে পৃথিৱীত পৰি ।
ভূমিপাৱে বীৰগণ পলাইল লৰৰি ॥ ২৪৫০৪
ৰাজাৰো ৰথৰ সাৰথিৰ মুণ্ড কাটি ।
চাৰি ঘোটকক শৰ প্ৰহাৰিলা ডাটি ॥
নৃপতিক লাগিয়া হানিলা শৰজাক ।
শৰচোটে চাৰি ঘোঁৰা লৰৰ দিলেক ॥ ২৪৫০৫
ৰথখান ফুৰে তাৰ চক্ৰৰ আকাৰ ।
হাসি হাসি যুযুধানে কৰন্ত প্ৰহাৰ ॥
আন ৰথে চড়ি আসি দুঃশাসনে দেখি ।
দুৰ্য্যোধন ৰাজাক প্ৰবন্ধে নিলা ৰাখি ॥ ২৪৫০৬
ৰাজাক জিনিবা যুযুধান মহাবলী ।
অৰ্জ্জুনৰ পাশক ক্ষণেকে গৈলা চলি ॥
পটোৱাৰ ছেদি ভেদি চমুকৰি পথ ।
বায়ুতো অধিক সাৰথিয়ে ডাকে ৰথ ॥ ২৪৫০৭
দুনাই দুৰ্য্যোধনে আদেশিলা সবাহাক ।
সাত্যকি বীৰক তুম্নি নিদিবা যাইবাক ॥
ইয়ো ভৈল অৰ্জ্জুন আমাক যাই ঠেলি ।
নমাৰিয়া কেন ৰাখি আছা এতেবেলি ॥ ২৪৫০৮
দুঃশাসন তুমিও নিশ্চিন্তে কেনে আছি ।
সংশপ্তকগণৰ বীৰগণ লোৱা বাছি ॥

আৰো বৰ বৰ বীৰ লৈবাহা লগত ।
চলে বলে বেঢ়ি মাৰিবাহা সমৰত ॥ ২৪৫০৯
ৰাজাৰ আদেশে যুৱৰাজ দুঃশাসন ।
বাছি বাছি লৈলা সংশপ্তক বীৰগণ ॥
কাম্বোজ বাহ্লিক যৱনৰ দৰদৰ ।
কলিঙ্গ অম্বষ্ঠ পিশাচৰ পুলিন্দৰ ॥ ২৪৫১০
থানে থানে বাছি বাছি লৈলা বীৰগণ ।
আগবাঢ়ি পটোৱাৰ দিলা দুঃশাসন ॥
পৰ্ব্বতকন্দৰে থাকি জানে মহাযুদ্ধ ।
পাঞ্চশত মহাৰথী সি লৰন্ত আয়ুধ ॥ ২৪৫১১
ৰাজাৰ আদেশে সাত্যকিক খেদি গৈল ।
আৰু অপৰ্য্যাপ্ত ৰথ তাৰ পাচে ভৈল ॥
স্বভাৱত পুণ্ডৰীক কুমুদ বামন ।
পুষ্পদন্ত সাৰ্ব্বভৌম সুপ্ৰতি কাঞ্চন ॥ ২৪৫১২
এহি অষ্ট দিগ্‌গজ কুলত ভৈলা জাত ।
প্ৰচণ্ড প্ৰতাপ দুই হাজাৰ ময়মত্ত ॥
সিয়ো চলি গৈল আৰু ত্ৰিতয় হাজাৰ ।
চলন্তে পৰ্ব্বতে যেন লৈল পটোৱাৰ ॥ ২৪৫১৩
সবাৰো পাচত ৰাজা দুৰ্য্যোধন গৈল ।
আনো অপৰ্য্যন্ত সেনা সৌভিতি জন্টাইল ॥
সাত্যকি বোলন্ত সাৰথিৰ মুখ চাই ।
অল্প অল্প কৰিয়া চলিয়ো ৰথ বাই ॥ ২৪৫১৪
নামাৰি পঠাওঁ ৰাখি ভীমৰ গৌৰৱ ।
দুনাই দুনাই পথ ভেটে নিলাজ কৌৰৱ ॥
সুখে দিহা পাইলো যেন মত্ত ৰাৱ কাঢ়ে ।
নিলাজৰ নাক যেন কাটিলেও বাঢ়ে ॥ ২৪৫১৫
এতেকতে কুৰুদলে বেঢ়ি দিলে বিজ্ঞ ।
প্ৰহাৰিল অস্ত্ৰচয় দেখিতে বিৰিঙ্গ ॥
খানিকো বিশ্ৰাম নাহি শিনিৰ তনয় ।
দোধোখান কৰিয়া কাটিলা শৰচয় ॥ ২৪৫১৬
সিবেলা দেখিলোঁ সাত্যকিৰ পৰাক্ৰম ।
অৰ্জ্জুনত পৰে তিনিলোক নাহি সম ॥
হস্তী হয় ৰথ মাৰিলন্ত যেন থান ।
প্ৰত্যেকে প্ৰত্যেকে কৰোঁ শুনা বিদ্যমান ॥২৪৫১৭

মাহুতৰ অস্ত্ৰ শস্ত্ৰ প্ৰথমে ছেদয়।
চাৰি ভৰি কাটি কুম্ভস্থলকো ভেদয় ॥
সাত শৰ হানি মাৰৈ সাত মাহুতক।
একেশৰে ঘোঁৰা মাৰে আৰ ৰাহুতক ॥ ২৪৫১৮
চাৰি শৰ মাৰি চাৰি ঘোঁৰাক মাৰন্ত।
দুই পাৰ্শ্বে সাৰথিক দুই শৰে সংহৰন্ত ॥
অস্ত্ৰ শস্ত্ৰ কাটিয়া কাটয় ধ্বজ ধনু।
কাৰো মুণ্ড কাটন্তে কাহাৰো কাটে তনু ॥২৪৫১৯
একেলগে যেন মাৰিলন্ত সেনাচয়।
দেখি সৰ্ব্বলোক ভৈলা পৰম বিস্ময় ॥
অনেক দেশৰ বীৰ পৰি গৈল মৰি।
শৰচোটে কতো বীৰ পলাই লৰৰি ॥ ২৪৫২০
দুঃশাসনে দুৰ্য্যোধনে দুভিতি বেঢ়িয়া।
পলোৱা সেনাক দেই জণ্টায়া জণ্টায়া ॥
ৰথ মণ্ডলীত যুযুধানে পাৰে লাগ।
শৰ বৰিষিয়া মাৰিলন্ত দুয়ো ভাগ ॥ ২৪৫২১
পাষাণ যুদ্ধক আদেশিলা দুঃশাসনে।
মাৰিয়োক সাত্যকিক পাষাণ সন্ধানে ॥
শিলাযুদ্ধ কৰিবাক তোমৰা কুশল।
শিলাযুদ্ধ নজানয় ক্ষত্ৰিয়সকল ॥ ২৪৫২২
পৰ্ব্বতনিবাসী পাঞ্চশত ম্লেচ্ছ ৰায়।
সাত্যকি বীৰক ভেদিলেক সমুদায় ॥
হস্তীমুণ্ড সম শিলা হাতে ধৰি ধৰি।
একো বীৰ মৰন্তে নকৰে পাচ ভৰি ॥ ২৪৫২৩
পাষাণ যুদ্ধক যুযুধানে দেখিলন্ত।
অদভুত দেখি মনে মনে গুণিলন্ত ॥
হাতে শিল ধৰি কোনে যুজে সমৰত।
অৰ্জ্জুনৰ কথা পাচে পৰিল মনত ॥ ২৪৫২৪
যৈসানি জিনিলা জিষ্ণু উত্তৰ দিশক।
সাত দিন যুজিলেক অৰ্জ্জুন বীৰক ॥
মোহোৰেসে ভাগ্যে আসি আছে সবলোকে।
ইহাকেসে মাৰিলে প্ৰখ্যাত যশ থাকে ॥ ২৪৫২৫
পাঞ্চশত বীৰে একেলগে দিলা ধাৰ।
একেলগে কৰিলেক শিলাৰ প্ৰহাৰ ॥
দুৰ্জ্জয় সাত্যকি বীৰ যুদ্ধে নঘটিলা।
নাৰাচ বিপাট হানি কাটিলন্ত শিলা ॥ ২৪৫২৬
শিলাত পৰিয়া সবে কৰে ঠাত ঠাত।
পৰ্ব্বত উপৰে যেন পৰয় নিৰ্ঘাত ॥
অগ্নিৰ কণিকা যেন পৰে জাকে জাকে।
সবে কুৰুগণ মৰে কটা শিলা পাকে ॥ ২৪৫২৭
কতো শিলা মাৰে কতো মাৰিতে নপাৰে।
শিলা সমন্বিতে হাত কাটে সেহি ভাৱে ॥
পাঞ্চশত শৰে পাঞ্চশতকো মাৰিলা।
সহস্ৰেক বীৰে ধাইলা হাতে কৰি শিলা ॥ ২৪৫২৮
একেলগে শিলা হানে সহস্ৰেক বীৰ।
শৰ হানি তাসম্বাৰ ছেদিলন্ত শিৰ ॥
সহস্ৰেক পৰিলা ততেক বীৰে ধাইলা।
আথাকে চৌভিতি বেঢ়ি বৰিষিলা শিলা ॥ ২৪৫২৯
দুৰ্য্যোধনে জণ্টাইলেক অপৰ কটক।
অম্বষ্ঠ পুলিন্দ মকৰাক্ষ কলিঙ্গক ॥
কৌন্তশূল শকতি তোমৰ গদা হানি।
সাত্যকিৰ দশোদিশে আকাশক চানি ॥ ২৪৫৩০
অস্ত্ৰ শস্ত্ৰ হানি হানি বোলে তোল তোল।
গগনমণ্ডল পূৰি উঠিলন্ত ৰোল ॥
মৰিল সাত্যকি বুলি কৰে কিল কিলি।
কটাক্ষো নমৰে তাক বৃষ্ণিসিংহ বলী ॥ ২৪৫৩১
দুই ভিতিৰ অস্ত্ৰ শস্ত্ৰ আসয় ৰথকে।
নাৰাচ প্ৰহাৰে শৰ কাটয় আথাকে ॥
সবে বীৰ সংহাৰন্ত সাত্যকি প্ৰচণ্ড।
কাৰো উৰু ভুজ শিৰ মধ্যত দোখণ্ড ॥ ২৪৫৩২
শিলাত পৰন্তে শৰ উথলে শৰদ।
বৰ বৰ বীৰগণে থাকিল তৰধ ॥
কটা শিল পৰি অস্ত্ৰ জাকে জাকে পৰে।
গজ বাজীসব আকাশৰো সৈন্য মৰে ॥ ২৪৫৩৩
মাৰন্তে ক্ষৰয় সবে দাৰুণ ক্ৰন্দন।
ব্যূহমুখে শুনে ভৰদ্বাজৰ নন্দন ॥
সাৰথিৰ মুখ চায়া বুলিলা বচন।
শুনিয়োক ব্যূহ মাজে কিসৰ ক্ৰন্দন ॥ ২৪৫৩৪

ৰৰ ৰৰ বীৰ পলাই যায় ব্যূহ ভঙ্গে।
জানো যুদ্ধ কৰয় পাষাণ যোদ্ধাগণে ॥
কৌৰৱৰ কালান্তক সাত্যকি মহাৰথ।
যুজন্তা নাহিকে বীৰ তাহান লগত ॥ ২৪৫৩৫
দ্ৰুতে ৰথ বাহা মোৰ তাৰ সমীপক।
উলটায়া খেদোঁ গৈয়া সাত্যকি বীৰক ॥
সাৰথি বোলয় শুনিয়োক দ্বিজবৰ।
একবোল বোলে বুলিবাক লাগে ভৰ ॥ ২৪৫৩৬
ব্যূহৰ মুখত যুজি নোৱাৰিলা যাক।
ব্যূহ মাজে তাকে মুহি পাৰা যুজিবাক ॥
মাসে মাসে নাহা তুমি তনক নাচাহা।
আগে নৌকা ৰাখন্তে গুৰিক বুৰুৱাহা ॥ ২৪৫৩৭
ব্যূহৰ মাজত সাত্যকিক খেদি যাইবা।
সবে সেনা পাণ্ডৱক হাতে হাতে দিবা ॥
নাহি হেন কৰিলেক তোমাৰ আগত।
সবে সেনা লৰিবেক তোমাৰ আগত ॥ ২৪৫৩৮
ৰাখিবাক নোৱাৰিলা সাত্যকি বীৰক।
ব্যূহমুখ ৰাখি তুমি যুজা পাঞ্চালক ॥
এতেকতে যুযুধানে সবাকে ভঙ্গাইলা।
দ্ৰোণ সমীপক লাগি পলাই আসিলা ॥ ২৪৫৩৯
দ্ৰোণে পুছিলন্ত দুঃশাসন মুখ চাই।
কেনে মহাৰথীগণ আসিলা পলাই ॥
আপুনি বঢ়াইলা দ্বন্দ পাণ্ডৱৰ সঙ্গে।
সমাজ মাজক লাগি পাঞ্চালীক অঙ্গে ॥ ২৪৫৪০

---

দ্ৰৌপদীৰ ৰূপ বৰ্ণনা

**মুক্তাৱলী**

দ্ৰুপদনন্দিনী কমল বদনী
হংসৰ গমনী কুৰঙ্গনয়নী এ
কটাক্ষে চাহন্তে যুবাজন মন মোহে।
মৃণাল সমান বাহু দুইখান
বলয়া কঙ্কণ কৰে কাঞ্জন এ
ৰঙ্গা আঙ্গুলি কিশলয় সম শোভে ॥

কমল চৰণ নখ পদ্ম যেন
নূপুৰে ৰঞ্জন বাজে কণজুন এ
গমন কৰন্তে ৰাজহংস পলাই লাজে।
অসিত কুণ্ডল কুসুমে উজ্জ্বল
সুগন্ধি শীতল বাসে ঝলমল এ
মেলান্তে চামৰি পলাই বনৰ মাজে ॥ ২৪৫৪১
যেন শশধৰ বদন মণ্ডল
নাসা তিলফুল কৰ্ণত কুণ্ডল এ
কুস্তুৰি তিলক শোভন কৰে কপোলে।
দশন পঙ্কতি মুকুতাৰ পান্তি
অধৰে শোভন্তি যেন বিম্বপান্তি এ
শোভন নাসিকা জয় জিত তিলফুলে ॥
পীন পয়োধৰ ঘট সুবৰ্ণৰ
কৃষ্ণ মুকুতাৰ হাৰ জাতিস্মাৰ এ
পাঞ্জৰ দেখিয়া মুনিগণো পৰে ভোলে।
আনিল নিলাজে সকলে সমাজে
অশেষ ৰটিলে সমাজৰ মাজে এ
লাঙ্গুল মাৰিয়া কিসক পলাইল ডৰে ॥ ২৪৫৪২

---

দ্ৰোণৰ দুৰ্য্যোধনক ভৰ্ৎসনা

ছবি

যিকালত যুধিষ্ঠিৰে ৰাজসূয় কৰিলন্ত
লক্ষেক নৃপতি জিনিলন্ত।
সকলে তীৰ্থৰ জল একথান কৰি আনি
সাগৰৰ জল আনিলন্ত ॥
একলক্ষ নৰপতি মহাদেৱ সমন্বিতে
কৃষ্ণ-অষ্ট মহিষী সহিতে।
যুধিষ্ঠিৰ সমন্বিতে পাঞ্চালৰ নন্দিনীক
কৰাইলেক স্নান অৱভৃথে ॥ ২৪৫৪৩
সেহি কেশে আজুৰিল আক বস্ত্ৰ কাঢ়ি লৈল
বুলিলে তই ভৈলি সেৱকিনী।
দুৰ্য্যোধন নৃপতিৰ গৃহত প্ৰৱেশ হুয়া
মানে মানে প্ৰবল মাৰ্জ্জনি ॥

তোৰ পাঞ্চ পতি হেৰা মৃচ় তিন সম ভৈলা
ইটো বোল আপুনি বুলিলে।
সাত্যকিতে ৰণ হাৰি ব্যূহ ভঙ্গে পলাৱয়
সকলে লাজক পুৰি খাইলে॥ ২৪৫৪৪
পূৰ্ব্বৰ কালত তুমি হেন জানি নজানিয়া
যি কালত পাতিলাহা ক্ৰতু।
পাঞ্চ ভাই মহাযোদ্ধা গাৱত উঠিল ক্ৰোধ
আমাক কৰিব ভস্মীভূত॥
দ্ৰৌপদাৰ যত ক্লেশ পাণ্ডৱে কি সহিবেক
আৰু মৰ্ম্মছেদ বচনক।
যান সমে যুযুজিবে যুদ্ধ দেখি পলাইবাহা
কেনে দন্দ কৰা পাণ্ডৱক॥ ২৪৫৪৫
পৰৰে ধনত আশা খেলিবাক কূটপাশা
হাসিবাক দশন প্ৰকটি।
তাতেসে তোমৰা কাজি যুদ্ধ দৰশনে আজি
ভাগিল সকলে আটিমুটি॥
চৌৰঙ্কি বাৰঙ্কি বিতি সতাদশ দুই পাঞ্চতি
দ্বাচৌক দুই চৌক নজানয়।
বজ্ৰসম ধনু ধৰি অগ্নিসম শৰ কৰি
দেখিলেক গাণ্ডিমুণ্ড কায়॥ ২৪৫৪৬
ৰাজাৰ সোদৰ তুমি ৰণত কৰ্কশ বৰ
সেনা সম্পিলাহা সাত্যকিতে।
সাত্যকিৰ হাতত যে দৰ্পমান চূৰ ভৈল
পাণ্ডৱক যুজিবা কিমতে॥
ধনঞ্জয় বৃকোদৰ ত্ৰিদশতো অনিৰ্ব্বাৰ
দুইৰো শৰে বজ্ৰ পটন্তৰ।
তাহাৰ প্ৰহাৰ পায়া অস্থি মজ্জা ছিণ্ডিবেক
কেনমতে কৰিবা সমৰ॥ ২৪৫৪৭
সাত্যকিৰ শৰচোটে বাত কৰি খেলাইলেক
পলাইবাক কৰিলা নিশ্চয়।
ধৰ্ম্মৰাজ চৰণত হাকুতি হাকুতি কৰি
অৰ্দ্ধৰাজ্য দিবাক যুৱায়॥
ভীমৰ গদাৰ পাতে অৰ্জ্জুনৰ শৰ ঘাতে
ঘাৱে নাহি মৰা দুই ভাই।
তই কাঢ়ি লৈলি ৰাজ তই ভৈলি যুবৰাজ
এবে এৰি আসিলা পলাই॥ ২৪৫৪৮
পৰৰ কাৰণে আসি যুদ্ধ কৰে যুযুধানে
তুমি যুজা আপোনাৰ কাজে।
শীঘ্ৰ কৰি যায়ো খেদি যি থানত যুযুধানে
কদন কৰয় যুদ্ধ মাজে॥
শুনা সৰ্ব্বজন পদ ভাৰত অমৃত সম
দ্ৰোণপৰ্ব্ব ইহাক বোলয়।
ভণে ৰাম সৰস্বতী যিটো নৰ শুদ্ধমতি
হৰি বুলি বৈকুণ্ঠত যায়॥ ২৪৫৪৯

---

দ্ৰোণৰ যুদ্ধ

পদ

দ্ৰোণে বুলিলন্ত হেন দাৰুণ বচন।
শুনি যেন নুশুনিলা তোমাৰ নন্দন॥
ভাল ভাল ম্লেচ্ছসেনা বাছি বাছি লৈলা।
আতি শীঘ্ৰ কৰি সাত্যকিক খেদি গৈলা॥ ২৪৫৫০
দ্ৰোণে পুনৰপি পাঞ্চালত পশিলন্ত।
সোমক পাঞ্চাল সৃঞ্জয়ক সংহাৰন্ত॥
পাঞ্চাল ৰাজাৰ তনয়ক বিৰকত।
দ্ৰোণক মাৰিয়া বৰ দেখাইলা বীৰত্ব॥ ২৪৫৫১
দ্ৰোণৰ হৃদয়ে ভেদিলেক পাঞ্চ শৰ।
সাতশৰে সাৰথিক কৰিলা সংহাৰ॥
একশৰ মাৰিয়া ধ্বজক কম্পাইলা।
চাৰি শৰ মাৰি তাৰ ৰথক তম্ভাইলা॥ ২৪৫৫২
ৰথ তম্ভিবাৰ দেখি সকলে পাঞ্চাল।
শঙ্খ সিংহনাদ কৰে কৰিয়া যঞ্চাল॥
বৰ বৰ বীৰে দিলে অস্ত্ৰ জাকে জাকে।
শৰ হানি গুৰু ক্ষণে কাটিলন্ত তাকে॥ ২৪৫৫৩
তাসম্বাক ভঙ্গাই এক শৰ লৈলা তুলি।
বিৰকত বীৰক মাৰিলে হুহ বুলি॥
বৰচোটে শৰপাট পৰিল হৃদিত।
ভূমিত পৰিল গৈয়া দাৰুণ বেগত॥ ২৪৫৫৪

ভূমিত পৰিল গৈয়া মৰা কলেৱৰ ।
বাতাসে ভাঙ্গিল যেন বৃক্ষ চম্পকৰ ॥
ৰাজাৰ কুমাৰ এক বাণে যে পৰিল ।
পাঞ্চাল ৰাজাৰ যেন হৃদয় লৰিল ॥ ২৪৫৫৫
তানে চাৰি সোদৰ ভ্ৰাতৃৰ সন্তাপত ।
দ্ৰোণক ধাইলেক আৰু সেনা অপৰ্য্যাপ্ত ॥
শৰচোটে ভঙ্গাইলেক দ্ৰোণ সেনাপতি ।
ক্ষণেকতে কৰিলন্ত চাৰিকো বিৰথী ॥ ২৪৫৫৬
পূৰ্ণচন্দ্ৰ সম জ্বলে চাৰিৰো বদন ।
ভল্লে কাটিলন্ত ভৰদ্বাজৰ নন্দন ॥
চাৰিৰো বদন ধৰণীত পৰি ভাসে ।
লালছিঙ্গা পদ্ম যেন কৰয় প্ৰকাশে ॥ ২৪৫৫৭
আগত পৰিল যেন সোদৰ পঞ্চ ভাই ।
ধৃষ্টদ্যুম্ন কান্দন্ত লোতক বহি যায় ॥
হাঁ কি কৰিলো মই কোথাইক যাওঁ ।
সহোদৰ পঞ্চ ভাইৰ সন্তাপ এৰাওঁ ॥ ২৪৫৫৮
দ্ৰোণক নামাৰি কেনে থৈয়া আছোঁ ৰাখি ।
নিতে নিতে ব্ৰহ্মবধী ভাঙ্গে মোৰ পাখি ॥
সাৰথিক বোলো মোৰ দ্ৰুতে বাহা ৰথ ।
আৰে ব্ৰাহ্মণক মাৰি পেষোঁ যমপথ ॥ ২৪৫৫৯
সাৰথিও দ্ৰুত কৰি বাহিলন্ত ৰঙ্গে ।
ধৃষ্টদ্যুম্নে দ্ৰোণক মাৰিলা শৰ খঙ্গে ॥
বাহু হৃদি ললাটে ফুটিলা গুৰু দ্ৰোণে ।
হাহাকাৰ কৰয় সকলে কুৰুগণে ॥ ২৪৫৬০
ডাটিয়া ডাটিয়া বীৰে হৃদয় ফালয় ।
গুৰু দ্ৰোণে তাহাকো কটাক্ষ নকৰয় ॥
দুনাই দুনাই কোপে ধৃষ্টদ্যুম্ন বীৰসাৰ ।
কৰিলন্ত নৱৈব শৰে হৃদয় দোহাৰ ॥ ২৪৫৬১
বৰ চোট পায়া দ্ৰোণে ৰথত পৰিল ।
দুনাই দশ শৰে তাৰ ললাটে ভেদিল ॥
হাহাকাৰ ভৈলে দুনাই কৌৰবদলত ।
ধৃষ্টদ্যুম্নে খাণ্ডা ধৰি নামিলা ৰথত ॥ ২৪৫৬২
খাণ্ডা তুলি ব্ৰাহ্মণক কাটিবাক যান্ত ।
সৰ্পক দেখিয়া যেন গৰুড়ে কাম্পান্ত ॥

দ্ৰোণ ৰাখিবাক মনে সবে বীৰগণ ।
নিৰন্তৰে কৰিলেক শৰৰ সন্ধান ॥ ২৪৫৬৩
খঙ্গৰ বেগত শৰ কাটিয়া পথত ।
জাম্প দিয়া চৰিলন্ত দ্ৰোণৰ ৰথত ॥
খাণ্ডা তুলি ঘাৰ মাৰিবাক চান্ত নৃপে ।
চক্ষু মেলি দেখি জাম্প দিলা সেহি চিপে ॥ ২৪৫৬৪
তেখনে ধৰিলা ধনু বিগত প্ৰমাণ ।
বিগন্থিয়া শৰ দ্ৰুতে কৰিলা সন্ধান ॥
লাম্ফে লাম্ফে দুয়ো বীৰ ফুৰয় ৰথতে ।
কাটিবাক নপাৰিলা শৰ সন্ধানতে ॥ ২৪৫৬৫
কোটলা পছুৰ যেন ভৈলে কলৰৱ ।
জাম্প দিয়া নামিলন্ত দ্ৰোণৰ ৰথৰ ॥
ডাঙ্গৰ ধনুক দ্ৰোণে তেখনে ধৰিলা ।
ধৃষ্টদ্যুম্নো তেখনে আপোন ৰথে গৈলা ॥ ২৪৫৬৬
সেহিক্ষণে ধনু ধৰি দ্ৰুপদনন্দন ।
দ্ৰোণক কৰিলা দশ নাৰাচ সন্ধান ॥
পুনৰপি ভৈলা দুইৰো সমৰ অদ্ভুত ।
দুইৰো শৰে সেনাগণ ভৈলে ভস্মীভূত ॥ ২৪৫৬৭
ছিদ্ৰ পাই দ্ৰোণে হানিলেক একবাণ ।
পাঞ্চালৰ সাৰথিৰ লৈলন্ত পৰাণ ॥
সাৰথি পৰিল ঘোঁৰা ফুৰাৱে বীৰক ।
আন বীৰে দ্ৰোণক মাৰিলা শৰজাক ॥ ২৪৫৬৮
দ্ৰোণে দেখে পাণ্ডুবলে ব্যূহ বিধ্বংসিলা ।
পাঞ্চালক এৰি পাণ্ডৱক খেদি গৈলা ॥
দ্ৰোণক সম্মুখ ভৈলা যুধিষ্ঠিৰ নৃপ ।
দুঃশাসনো পাইলা গৈয়া সাত্যকি সমীপ ॥ ২৪৫৬৯
ধনু টানি সাত্যকিক ষাঠি বাণ হানি ।
দশ শৰ প্ৰহাৰিয়া বুলিলন্ত বাণী ॥
অৰে বৃষ্ণি বংশ তুমি শৰচোট পাইলা ।
পৰৰ নিমিত্তে কেনে মৰিবাক আইলা ॥ ২৪৫৭০
শিনিৰ নন্দনে তাক ৰাতিৱে নেদিলা ।
কৰ্ণৰ মূলত চাৰি শায়কে ভেদিলা ॥
উলটি উলটি আসি ভেটিলেক বাট ।
এহি বুলি চাৰি শৰে ভেদিলা ললাট ॥ ২৪৫৭১

শৰচোটে যুৱৰাজ মূৰ্চ্ছাগত ময় ।
দুৰ্য্যোধনে দেখি ত্ৰিগৰ্ত্তক আদেশয় ॥
ত্ৰিতয় সহস্ৰ গৈলা ত্ৰিগৰ্ত্তৰ ৰথ ।
দুহাজাৰ সংশপ্তকে কৰিলা সম্মত ॥ ২৪৫৭২
পিম্পৰাৰ বলে যেন দিল পটোৱাৰ ।
চৌদিশ বেড়িয়া কৰে শৰৰ প্ৰহাৰ ॥
সাত্যকিয়ো সবাৰো কাটিলা শৰ সঙ্গ ।
হস্তী হয় কাটিয়া বীৰৰো ভেদে অঙ্গ ॥ ২৪৫৭৩
সবাকো বিধ্বংসি হাজাৰেক মাৰি ৰথ ।
দুই ভিতি মুকল নিলগাইলা পথ ॥
অৰ্জ্জুনক দেখোঁ বুলি শীঘ্ৰে চলি যান্ত ।
দুনাই দুঃশাসনে নব শৰ হানিলন্ত ॥ ২৪৫৭৪
সাত্যকিয়ো তাক হানিলন্ত পঞ্চবাণ ।
পুনঃ আঠ শৰে সাত্যকিক বৰ টান ॥
সাত্যকিয়ো বাহুমূলে দুশৰে তাড়িলা ।
দুনাই ধনু ছেদি বৰ বেগে যে লৰিলা ॥ ২৪৫৭৫
আগুৱান সেনাগণ পলাই ভাগি ভাগি ।
দুঃশাসনে শকতি হানিলা পাচ লাগি ॥
পাণ্ডৱিয়া হাতে শৰ হানি যুযুধান ।
কাটিলন্ত শকতি পৰিল সেহি থান ॥ ২৪৫৭৬
আন ধনু ধৰি পাচে পাচে খেদি গৈলা ।
তিনি শৰে ভেদি বৰ আতাসেক দিলা ॥
ক্ৰোধিয়া সাত্যকি হানিলন্ত ষাঠি বাণ ।
দুঃশাসন হৃদয়ত কৰিলা সন্ধান ॥ ২৪৫৭৭
দুঃশাসন বীৰ ঢলি পৰিলা ৰথত ।
আৰু দশ নাৰাচ হানিলা হৃদয়ত ॥
স্বস্থ হুয়া দুঃশাসন দুনাই গৈলা খেদি ।
সিংহনাদ কৰিলেক কুৰি শৰে ভেদি ॥ ২৪৫৭৮
দুনাই সাত্যকি বীৰে হানি তিনি শৰে
দৃঢ় কৰি ভেদিলেক দুই স্তন ভিতৰে ॥
চাৰি শৰ মাৰি ঘোৰা নিলা যমথান ।
এক শৰ মাৰি সাৰথিৰ লৈলা প্ৰাণ ॥ ২৪৫৭৯
এক শৰ হানি তাৰ কাটিলন্ত ধনু ।
দুই প্ৰাঙ্কি সাৰথিৰ বেলগাইলা তনু ॥
এক শৰে ধ্বজ এক শৰ হৃদয়ত ।
ৰথ ভঙ্গে তযু সুত ভৈল ভূমিগত ॥ ২৪৫৮০
ধনুত জুৰিল নমাৰিলা দুই বাণ ।
ভীমৰ নিমিত্তে তাৰ নলৈলন্ত প্ৰাণ ॥
ভীমে মাৰিলন্ত তব শতেক কুমাৰ ।
এহি বুলি নকৰিলা দুনাই প্ৰহাৰ ॥ ২৪৫৮১
জুড়িবাৰ শৰপাট আনক মাৰিয়া ।
অৰ্জ্জুন পাশক গৈলা শীঘ্ৰে ৰথ বায়া ॥
ত্ৰিগৰ্ত্তৰ সেনাপতি নামত সুৰত ।
দেখে দুঃশাসন হুয়া আছে ভূমিগত ॥ ২৪৫৮২
আপোনাৰ ৰথে তুলি পলুৱাই নিল ।
চিৰকালে দুঃশাসন চেতন লভিল ॥
ঘোৰ যুদ্ধ কৰি চলে শিনিৰ নন্দন ।
সেনাৰ মাজত ভৈল দাৰুণ ক্ৰন্দন ॥ ২৪৫৮৩
দুৰ্য্যোধনে সাত্যকিক ৰাখিবাক মনে ।
মহাৰথীগণ সমে কৰিলা যতনে ॥
ৰাখিবাক নপাৰিলা থাকিলা জণ্টাই ।
যেন দৰিদ্ৰৰ বাঞ্ছা মনত লুকাই ॥ ২৪৫৮৪
এতেকতে ব্যূহমুখে শুনন্ত আৰাৱ ।
ব্যূহমুখে বিধ্বংসিলা সকলে পাণ্ডৱ ॥
ব্যূহৰ মুখক গৈলা দুৰ্য্যোধন ৰায় ।
দেখে ভাগি পলাই গৈল অৱস্থা নলয় ॥ ২৪৫৮৫
তাতে ধনু ধৰি ধাইল ৰাজা দুৰ্য্যোধন ।
পাণ্ডৱী দলত পশি কৰিলে কদন ॥
যেন মত্ত হস্তী গোটে সৰোবৰে নামি ।
আপোনাৰ মন ৰঙ্গে ভাঙ্গে কমলিনী ॥ ২৪৫৮৬
সকলে পাণ্ডৱী সেনা পলাই ভাগি ভাগি ।
ভীমসেনে খেদি গৈলা নৃপতিক লাগি ॥
তাহাৰ লগত গৈলা সবে বীৰগণ ।
সবাহাক্কো ৰাজাই কৰিলা ঘোৰ ৰণ ॥ ২৪৫৮৭
ভীমক কৰিল দশ শৰৰ সন্ধান ।
ভীমৰ পুত্ৰক তাড়িলন্ত পাঞ্চবাণ ॥
সহদেৱ নকুলকো ভেদিলেক শৰে ।
দশ শৰে হৃদয়ক ভেদি শিখণ্ডীৰে ॥ ২৪৫৮৮

তিনি শৰে ভেদি ধৰ্ম্ম ৰাজাৰ ললাট।
দুই শৰে ভেদিলন্ত দ্ৰুপদ বিৰাট ॥
তিতিনি শায়কে দ্ৰৌপদীৰ তনয়ক।
পাৰ্ব্বতক মাৰিলন্ত সত্তৰি শায়ক ॥ ২৪৫৮৯
আনো বৰ বৰ বীৰ আগুৱান ভেদি।
হস্তী হয় পদাতি মাৰয় খেদি খেদি ॥
ধনুৰ মণ্ডল কৰি বিদ্যুত সঞ্চাৰ।
আউলাইয়া গৈলেক ভাগি পটোৱাৰ ॥ ২৪৫৯০
যুধিষ্ঠিৰ ৰাজা দুনাই পাট ভল্লশৰে।
ধনুখান কাটিলন্ত ৰাজাৰ হাতৰে ॥
একগোটা ভল্ল শৰ হাতে তুলি লৈলা।
কৰ্ণমানে ধনু টানি কাটিয়া পেলাইলা ॥ ২৪৫৯১
নৃপতিৰ হৃদয়ৰ কৱচ কাটিয়া।
ভূমিত প্ৰৱেশ ভৈলা উৰচাট হুয়া ॥
আৰো নৱপাট শৰ হানি গোটে গোটে।
এক শৰ হানি খেপিলন্ত বৰ চোটে ॥ ২৪৫৯২
ৰথতে কাম্পয় ৰাজা ধ্বজগোটে ধৰি।
আমিসবে ধাইলোঁহো ৰাজাক পাচ কৰি ॥
গোটে গোটে আমাক মাৰন্ত শৰগণে।
পাচে ৰাজা দুৰ্য্যোধনে ধাইল কোপমনে ॥ ২৪৫৯৩
থাক থাক বুলিয়া ৰাজাক খেদি যান্ত।
সকল পাঞ্চালগণে ৰাজাক বেঢ়িলন্ত ॥
শিশু পাঞ্চালক বেঢ়িলন্ত গুৰু দ্ৰোণে।
যুধিষ্ঠিৰ সমীপক পাইলা দুৰ্য্যোধনে ॥ ২৪৫৯৪
পাণ্ডৱৰ হৃদয়ত যাঠি শৰে হানি।
ৰথকো ধ্বজকো শৰজালে থৈল ছানি ॥
দোগোটা ৰাজাৰ যুদ্ধ ভৈলা ধুমাৰ্জ্জয়।
দুভিতিৰ সেনা বোলে মিলিল প্ৰলয় ॥ ২৪৫৯৫
দুয়ো বীৰে শৰ হানে কাটে দুয়ো বীৰে।
ধনু কাটি কাটি যুঁজে গদা মুদগৰে ॥
ছিদ্ৰ পায়া ধৰ্ম্মৰাজে লৈলা বংশদণ্ড।
বোলে কৰি এবেঁ। আজি কলহৰ অন্ত ॥ ২৪৫৯৬
কৰ্ণমানে ধনু টানি কৰিলা প্ৰহাৰ।
নৃপতিৰ হৃদয়ত কৰিলা দোহাৰ ॥
শৰচোটে ৰথতে পৰিলা কুৰুৰায়।
মৰিল মৰিল বুলি পাণ্ডৱে চেঞ্চায় ॥ ২৪৫৯৭
পলুৱাইলা সাৰথি ঘোঁৰাক বেগে টানি।
দশোদিশে শুনি মাত্ৰ হাহাকাৰ ধ্বনি ॥
কৌতূহলে পাণ্ডুগণে ৰাজাক বেঢ়িলা।
সাধু সাধু বুলিয়া ৰাজাক প্ৰশংসিলা ॥ ২৪৫৯৮
দুৰ্য্যোধনে কতোক্ষণে চেতনক পায়া।
যুদ্ধ চাহি থাকিলন্ত দূৰত থাকিয়া ॥
পাণ্ডৱৰ জয় কৌৰৱৰ ভঙ্গ দেখি।
ক্ৰোধে গুৰুদ্ৰোণ ধাইলা ক্ষণিকো নাপেখি ॥২৪৫৯৯
মনে মনে ধাইলা গুৰু দ্ৰোণৰ নন্দন।
হুৰা মোক চায়া আছে ৰাজা দুৰ্য্যোধন ॥
ইবেলাত যদি মই নকৰো সমৰ।
বুলিবেক দ্ৰোণে খতি খাইলে পাণ্ডৱৰ ॥ ২৪৬০০
মনে মনে গুণি পাচে সেনাত পশিল।
ব্ৰহ্মাস্ত্ৰক হানি হানি কৰন্ত নিৰ্ম্মূল ॥
যোঁহি বীৰে যুঁজে সেহি লাহাৰি নসহে।
ভাগি ভাগি পলাই বীৰ আগত নৰহে ॥ ২৪৬০১
কৈকেয়ৰ ৰাজা বৃহৎক্ষেত্ৰ বুলি যাক।
মাৰিলেক দ্ৰোণক লাগিয়া সাতজাক ॥
দ্ৰোণে হানিলেক তাক ষোড়শ শায়কে।
মহাবেগে চলি যায় কৈকেয় ৰাজাকে ॥ ২৪৬০২
বৃহৎক্ষেত্ৰে দেখে শৰ আসে আকাশতে।
নব নব শৰ হানি কাটিলা বাটতে ॥
কৈকেয় ৰাজাৰ বৰ বিক্ৰমক দেখি।
আউৰ শৰ হানিলন্ত খানিকো নাপেখি ॥ ২৪৬০৩
তাকো শৰ হানি কাটি পেলাইলন্ত পাচে।
দুৰ্য্যোধনে দেখিয়া বিস্ময় হুয়া আছে ॥
দ্ৰোণে যত হানিলন্ত কাটিলা কৈকেয়।
দ্ৰোণেও থোথোৰা পাতি থাকিলন্ত তয় ॥২৪৬০৪
কতোক্ষণে ব্ৰহ্ম অস্ত্ৰ মনে গুণি পাইল।
মন্ত্ৰ অভিষেক কৰি গুণত চৰাইল ॥
যেতিক্ষণে ব্ৰহ্ম অস্ত্ৰ গুণে আনি থৈল।
ধনুৰ্গুণ হন্তে শৰ বজাইবাক লৈল ॥ ২৪৬০৫

পৃথিৱীয়ো থলকিল সাগৰ কম্পিল।
ত্ৰিদশ দেৱৰ মাজে বিস্ময় মিলিল ॥
দশোদিশে উল্কা পৰে পৰয় নিৰ্ঘাত।
ৰুধিৰৰ বৃষ্টি ভৈলা পাণ্ডৱী সেনাত ॥ ২৪৬০৬
খৰ বায়ু বহে দিবাভাগে অন্ধকাৰ।
সকল সেনাৰ মাজে শুনি হাহাকাৰ ॥
বল দিয়া হানিলন্ত গুৰু দ্ৰোণে বাণ।
গিৰ গিৰ শব্দে গৈয়া পুৰিলা গগন ॥ ২৪৬০৭
বৃহক্ষেত্ৰে দেখে ব্ৰহ্ম অস্ত্ৰ আসে ছানি।
ব্ৰহ্ম শৰ নিবাৰিলা ব্ৰহ্ম অস্ত্ৰ হানি ॥
দুনাই পঞ্চাশ শৰে ভেদিলা দ্ৰোণক।
দ্ৰোণৰ হৃদয়ে লাগি গৈলা থকবক ॥ ২৪৬০৮
স্বস্থ হুয়া গুৰু দ্ৰোণে মনে গুণি পাইলা।
কৃষ্ণবৰ্ণ সম শৰ হানিয়া পঠাইলা ॥
ধৰণীক গৈল বাণ ভেদিয়া হৃদয়।
শৰচোটে কাম্পে ৰাজা থিৰ নোহে কায় ॥ ২৪৬০৯
গুঞ্জ হেন চক্ষু ফুৰাই চাহিলা দ্ৰোণক।
হৃদয়ত ভেদিলন্ত সত্তৰি শায়ক ॥
সাৰথিকো দুই শৰে বাহুত তাড়িল।
পৰম আনন্দে এক আটাস কৰিল ॥ ২৪৬১০
সিংহনাদ কৰি দ্ৰোণে দুগুণে কিটাইল।
নিৰন্তৰে কৈকেয়ক শৰ বৰষিল ॥
বিস্তৰ কৰিলা শৰ কৈকেয় নৃপতি।
হানন্তে কাটন্তে বীৰ হৈল আশকতি ॥ ২৪৬১১
কৈকেয়ৰ বিহ্বল স্বভাৱ দেখি দ্ৰোণে।
ষাঠি শৰে হৃদয়ত হানিলা সন্ধানে ॥
প্ৰাণ ছাৰি গৈল তাৰ শৰৰ চোটত।
ৰথহন্তে ৰাজা ঢলি পৰিল ভূমিত ॥ ২৪৬১২
ৰাজাক ঢালিয়া গুৰু পশিলা সেনাত।
হয় হস্তী ৰথক মাৰন্ত অসংখ্যাত ॥
ধৃষ্টকেতু ৰাজা দেখে দ্ৰোণৰ বিক্ৰম।
সাৰথিৰ মুখ চাই বুলিলা বচন ॥ ২৪৬১৩
হেৰা দেখা কৈকেয়ৰ সেনা যায় ভাগি।
ৰথখান আমাৰ বাহিয়ো তাক লাগি ॥

ৰাজাৰ বচন শুনি সাৰথি সুজান।
দ্ৰোণৰ সম্মুখে বাহিলন্ত ৰথখান ॥ ২৪৬১৪
ধনুখান টঙ্কাৰ কৰিলা শীঘ্ৰ কৰি।
যেন অগনিক লাগি পতঙ্গক ধৰি ॥
ষাঠি শৰে দ্ৰোণক তাড়িলা বাম কাখে।
দুনাই পঞ্চিশ শৰে হানিলা সম্মুখে ॥ ২৪৬১৫
ঘোটকক সাৰথিক ভেদি দোধো বাণে।
সুপুত সিংহক যেন জগাইল চৰণে ॥
গুৰু দ্ৰোণে তাহাৰ কাটিলা ধনুখান।
হৃদয়ত কৰিলেক শৰৰ সন্ধান ॥ ২৪৬১৬
আন ধনু ধৰি শিশুপালৰ নন্দন।
দ্ৰোণৰ হৃদয়ে হানিলন্ত ষাঠি বাণ ॥
ক্ৰোধে গুৰু দ্ৰোণে তাৰ সাৰথি কাটিল।
চাৰি শৰ মাৰি চাৰি ঘোঁৰাক মাৰিল ॥ ২৪৬১৭
কঙ্কপাখি ছায়া আছে তীক্ষ্ণ পঞ্চবাণ।
ৰাজাৰ হৃদয় মাজে কৰিলা সন্ধান ॥
ৰথভঙ্গে ধৃষ্টকেতু ভূমিগত ভৈল।
বাপেকৰ মহাগদা হাতে তুলি লৈল ॥ ২৪৬১৮
অসুৰৰ বিশ্বকৰ্ম্মা ময় যাৰ নাম।
নিৰ্ম্মিলন্ত গদাগোট আতি অনুপাম ॥
সত্তৰে ধৰিল তাক অনেক প্ৰবন্ধে।
অসুৰৰ হস্তে গদা পাইল জৰাসন্ধে ॥ ২৪৬১৯
জৰাসন্ধে শিশুপাল ৰাজাক দিলন্ত।
গদা ধৰি অনেক ৰাজাক জিনিলন্ত ॥
সুবৰ্ণে মাণিকে বন্ধে দেখি জাতিষ্কাৰ।
সেহি মোক্ষ অস্ত্ৰ ধৃষ্টকেতু যে ৰাজাৰ ॥ ২৪৬২০
আটোপ টঙ্কাৰ কৰি গদা প্ৰহাৰিল।
গদা পাকে জাকে জাকে অগ্নি নিকলিল ॥
দ্ৰোণে দেখিলন্ত বৰ গদাৰ প্ৰহাৰ।
কৰিলেক হাজাৰেক গদাৰ প্ৰহাৰ ॥ ২৪৬২১
খণ্ড খণ্ড হুয়া গদা ভূমিত পৰিল।
গগনমণ্ডলে যেন তাৰা সঞ্চৰিল ॥
গদা ভঙ্গ ভৈলন্ত খজাইল নৃপবৰ।
শকতি হানিয়া পাচে হানিলা তোমৰ ॥ ২৪৬২২

ভৰদ্বাজ তনয় যুদ্ধত নঘাটিল।
তিতিনি শায়কে শক্তি তোমৰ কাটিল ॥
যমসম শৰ তুলি লৈল গুৰু দ্ৰোণে।
খেপিয়া পঠাইলা তাক মাৰিবাক মনে ॥ ২৪৬২৩
কৱচ ভেদিয়া তাৰ হৃদয় ভেদিল।
শৰৰ প্ৰহাৰে ৰাজা ভূমিত পৰিল ॥
ধৃষ্টকেতু মৰিলন্ত এক বাণ ঘাৱে।
হাহাকাৰ কৰিলন্ত সকল পাণ্ডৱে ॥ ২৪৬২৪
বাপৰ সন্তাপে ধাইলা তাহাৰ কুমাৰ।
দ্ৰোণক কৰিল দৃঢ় শৰৰ প্ৰহাৰ ॥
তাকো এক শৰ হানি নিলা সঞ্জমণি।
পাণ্ডৱ দলত ভৈল হাহাকাৰ ধ্বনি ॥ ২৪৬২৫
বাঘৰ আগত যেন মৃগৰ ছৱাল।
পতঙ্গক ভুঞ্জে যেন বুভুক্ষিত ব্যাল ॥*
ধৃষ্টকেতু মৰিলেক পুত্ৰ সমন্বিতে।
মহাক্ৰোধে ধাইল পাচে জৰাসন্ধ সুতে ॥ ২৪৬২৬
দ্ৰোণৰ ৰথক ঢাকিলেক শৰবেগে।
ভাস্কৰক ঢাকে যেন বাৰিষাৰ মেঘে ॥
তাহাৰ বিক্ৰম দেখি দ্ৰোণৰ বিস্ময়।
শৰচোট পায়া বৰ শৰীৰ কাম্পয় ॥ ২৪৬২৭
ধনু টানি টানি তাক প্ৰহাৰয় শৰ।
শৰৰ সন্ধানে তাক নিলা যমঘৰ ॥
জৰাসন্ধসুত যেৱে যমঘৰে গৈল।
তাৰ একশত শৰ একেবাৰে ধাইল ॥ ২৪৬২৮
একশত শৰে তাসম্বাৰো লৈলা প্ৰাণ।
বীৰগণ মাৰিল পলাইলা ৰথ যান ॥
সিবেলাত দ্ৰোণক ধাইলেক যেহি বীৰ।
তাহাৰ নিবাস ভৈল যমৰ মন্দিৰ ॥ ২৪৬২৯
প্ৰলয়ৰ বহ্নি যেন সংহৰন্ত প্ৰজা।
আনন্দে চাহিয়া আছে দুৰ্য্যোধন ৰাজা ॥
সকল পাঞ্চাল বলে হুয়া এক জুৰি।
অস্ত্ৰ শস্ত্ৰ প্ৰহাৰিলা দশোদিশে বেঢ়ি ॥ ২৪৬৩০

* ব্যাল—সৰ্প

অস্ত্ৰ শস্ত্ৰ হানিয়া দ্ৰোণক পাৰে গালি।
মৰিলেক মৰিলে ব্ৰহ্মবধী পাপশালী ॥
কিসক লাগিয়া ব্ৰহ্মকুলে উপজিলি।
কিসক লাগিয়া তুমি তপ আচৰিলি ॥ ২৪৬৩১
পুৰাণ সংহিতা পঢ়িলাহা চাৰি বেদ।
ধৰ্ম্মৰো শাস্ত্ৰৰো তুমি জানা অবিচ্ছেদ ॥
কোন শাস্ত্ৰ বলে ব্ৰাহ্মণৰ হিংসা ধৰ্ম্ম।
কিস লাগি এৰিলাহা আপোনাৰ কৰ্ম্ম ॥ ২৪৬৩২
নিসঞ্চি কৰিলা তুমি পাঞ্চাল সেনাক।
কত ধন ধাৰি ভৈলা কৌৰৱ ৰাজাক ॥
সুজিবাক নোৱাৰিবা বাহুতে যুঁজিয়া।
বাপুতেয়ো মৰি যাইবা বিত্ত সুসুজিয়া ॥ ২৪৬৩৩
তপ জপ কৰি অন্য বীৰ স্বৰ্গে যায়।
তোথেৰ বা পুতেৰ বা হৈব কোন ঠাই ॥
আমাক মাৰিলে জানো তুমি ৰক্ষা পাইবা।
পেটৰ ভাতক লাগি অধোগতি যাইবা ॥ ২৪৬৩৪
শপি মাৰিবাক পাৰা কেনে কৰা যুদ্ধ।
কিসক লাগিয়া হাতে ধৰিলা আয়ুধ ॥
প্ৰজা মাৰিবাৰ ফলে কৌৰৱ নৃপতি।
পুত্ৰ পৌত্ৰ মৰিয়া যাইবেক অধোগতি ॥ ২৪৬৩৫
দশোদিশে গলাৰাৱ দ্ৰোণে শুনিলন্ত।
উচিত জানিয়া তাক নেদন্ত সিদ্ধান্ত ॥
শুনি সুশুনিলা যেন পশিলা সেনাত।
শৰবৃষ্টি কৰি সেনা কৰন্ত নিপাত ॥ ২৪৬৩৬
মধ্যাহ্ন বেলাত যেন প্ৰচণ্ড মাৰ্ত্তণ্ড।
হয় হস্তী ৰথক কৰন্ত খণ্ড খণ্ড ॥
সকল পাণ্ডৱগণে পাইল বিমুখে।
ক্ষেত্ৰে ব্ৰহ্মা ধাইলা পাচে দ্ৰোণক সম্মুখে ॥২৪৬৩৭
দ্ৰুপদৰ পুত্ৰ ধৃষ্টদ্যুম্নৰ তনয়।
যুদ্ধত কুশল শুভানয় আতিশয় ॥
অৰ্দ্ধচন্দ্ৰ বাণ হানি কাটিলন্ত ধনু।
দ্ৰোণৰ সত্তৰি শৰে ভেদিলন্ত তনু ॥ ২৪৬৩৮
ব্ৰহ্মতক্ষে তঙ্গি ভৰদ্বাজৰ নন্দন।
আছাৰিয়া পেলাইলন্ত কাটা ধনুখান ॥

আন ধনু ধৰিয়া তেখনে গুণ দিলা।
যমদণ্ড সম শৰ গুণত জুৰিলা ॥ ২৪৬৩৯
কৰ্ণমানে ধনু টানি পঠাইল খেপিয়া।
হৃদয়ত পৰি শৰ গৈল উফৰিয়া ॥
সেহি শৰে মৰি গৈলা ৰাজাৰ কুমাৰ।
চেকিতান ভৈলা পাচে সম্মুখ দ্ৰোণৰ ॥ ২৪৬৪০
দ্ৰোণৰ হৃদয়ে ভেদিলন্ত দশ শৰ।
শৰ হানি বেগ তন্তাইল ঘোটকৰ ॥
দুই শৰ হানিয়া ধ্বজক কম্পাইলা।
দশ শৰে মাৰিয়া সাৰথি ওফৰাইলা ॥ ২৪৬৪১
থিয় হুয়া সাৰথি ৰথক কৰি থিৰ।
ধনু ধৰি সম্মুখ ভৈলন্ত দ্ৰোণ বীৰ ॥
দশ শৰে হৃদয়ত কৰিলা সন্ধান।
দক্ষিণ ভুজত প্ৰহাৰিলা কুৰি বাণ ॥ ২৪৬৪২
ধ্বজক যোড়শ বাণে কৰিলা সন্ধান।
সাত শৰ হানি সাৰথিৰ লৈলা প্ৰাণ ॥
সাৰথি পৰিল ঘোঁৰা লৰৰ দিলেক।
বিমুখত গুৰু দ্ৰোণে খেপিলে শায়ক ॥ ২৪৬৪৩
শৰ পৰি চাৰি ঘোঁৰা গৈল যমঘৰে।
চেকিতান ভূমিমাজে কৰন্ত সমৰে ॥
চাৰি শৰ হানিলন্ত দুনাই হৃদয়ত।
লৰৰি চৰিলা গৈয়া দ্ৰোণৰ ৰথত ॥ ২৪৬৪৪
সাত্যকিৰ ভাই যেবে ভৈলন্ত বিৰথ।
ধৃষ্টদ্যুম্ন তনয় সমৰে ভৈলা হত ॥
সকলে পাঞ্চাল দশোদিশ কম্পাইল।
সাগৰ খলকে যেন মগৰে আউৰাইল ॥ ২৪৬৪৫
এতেকে ব্যূহৰ মাজে বোল উথলিলা।
পাঞ্চজন্য ধ্বনি তিনি লোকক পূৰিলা ॥
যি ঠাৱত যুদ্ধ কৰে শিনিৰ নন্দন।
তথাতে শুনিয়া ঘোৰ দাৰুণ ক্ৰন্দন ॥ ২৪৬৪৬
শোকে অপমানে ধৰ্ম্মৰাজা পাণ্ডুসুত।
সেনাৰ মাজত চিন্তা কৰন্ত বহুত ॥
দ্ৰোণৰ সম্মুখে বৃদ্ধ দ্ৰুপদ নৃপতি।
ধৃষ্টদ্যুম্ন সমে পুত্ৰ জ্ঞাতি সমন্বিতি ॥ ২৪৬৪৭

আনো বৰ বৰ বীৰ লগে লৈলা বাছি।
সেনা পাচ কৰিয়া থাকিল যুদ্ধ কাছি ॥
শ্ৰীমন্ত তাম্ৰধ্বজ অনুজে সহিতে।
বৃদ্ধৰ সমান ধৰ্ম্ম শিশু বয়সতে ॥ ২৪৬৪৮
বুদ্ধিতে গম্ভীৰ ক্ষেমাৱন্ত শুভনয়।
যাহাৰ যশক সৰ্ব্বজনে প্ৰশংসয় ॥
বিষ্ণুৰ ভকত মহামায়াৰ সেৱক।
পুত্ৰৰ সমান কৰি দৰিদ্ৰপালক ॥ ২৪৬৪৯
দুই ভাইৰ স্নেহ যেন ৰাম লক্ষ্মণৰ।
সবান্ধৱে জীৱন্তোক সহস্ৰ বৎসৰ ॥
শুনিয়োক নৰলোক একচিত্ত মনে।
মুক্তিৰ কাৰণে হৰি বিনে নাহি আনে ॥ ২৪৬৫০
শিশু মাধৱক তিনি লোকত বিদিত।
ভকত জনাৰ নানাৰূপে সন্নিহিত ॥
একৰূপে হৰি ব্ৰহ্মৰূপে অৱতাৰ।
চক্ষুয়ে দেখিলে সংসাৰত পাই পাৰ ॥ ২৪৬৫১
পুণ্যতীৰ্থ গঙ্গাজলে তাতে কৰি স্নান।
পাপক এৰায়া চলে বৈকুণ্ঠ ভুৱন ॥
আৰো ব্ৰহ্মৰূপ বেদ পুৰাণ ভাৰত।
পঢ়িলে শুনিলে থাকে বৈকুণ্ঠ পুৰত ॥ ২৪৬৫২
হেনজানি একচিত্তে শুনিবা ভাৰত।
হৰিত ভকতি হৈবা অচিৰ কালত ॥
জ্ঞানে বা অজ্ঞানে যত পাপক সাক্ষিয়া।
তাকে বিনাশিবা যমপুৰক বঞ্চিয়া ॥ ২৪৬৫৩
সাত্যকি প্ৰবেশ এহিমানে সমাপতি।
হৰিৰ সেৱক কদ্ৰ কন্দলি বদতি ॥
মহাভাৰতৰ পদ আতি মনোহৰ।
কৰ্ণভৰি শুনা মহাপাপ যাউক দুৰ ॥ ২৪৬৫৪

---

সৈন্ধৱ মৰণ দেখি যুধিষ্ঠিৰৰ দুখ প্ৰকাশ

ছবি

কৈকেয়ৰ ৰাজা যেবে সমৰত হত হৈল
জৰাসন্ধ ৰাজাৰ তনয়।

পাৰ্ব্বতৰ পাঞ্চ ভাই যমৰ পুৰত ঠাই
ক্ষেত্ৰ ব্ৰহ্মা তাহ্বাৰ তনয় ॥
পুত্ৰ সমে ধৃষ্টকেতু পতঙ্গত জাম্প ভৈল
শুক দ্ৰোণ অগনিত পৰি ।
দ্ৰোণৰ সম্মুখে সেনা একোজন নৰহয়
সকলে পলাইল দৰদৰি ॥ ২৪৬৫৫
যুধিষ্ঠিৰ নৰপতি মনে মনে গুণিলন্ত
দ্ৰোণৰ দেখিয়া পৰাক্ৰম ।
সোমক পাঞ্চাল দল খেদি খেদি মাৰিলন্ত
দ্ৰোণেসে হৈবেক আজি যম ॥
একে বৃকোদৰ ভাই আপোনাৰ বাহুবলে
মাৰিলন্ত সবে কৌৰৱক ।
যেবেসে অৰ্জ্জুন ভাই মোহোৰ লগত থাকে
তেবে কি মাৰয় পাঞ্চালক ॥ ২৪৬৫৬
এহি বুলি যুধিষ্ঠিৰ দশোদিশ চাহিলেক
অৰ্জ্জুনক দেখিবাৰ হেতু ।
কৌৰৱ দলৰ মাজে কপিধ্বজ নেদেখিলা
সাত্যকিৰ নেদেখিলা কেতু ॥
দেবদত্ত শঙ্খধ্বনি একতিলো নুশুনন্ত
গাণ্ডীৱ যে ধনুৰ টঙ্কাৰ ।
সাত্যকিৰ সমীপত বৰ বোল উথলিল
বোলে ধৰ ধৰ মাৰ মাৰ ॥ ২৪৬৫৭
ৰথত বসিয়া ৰাজা সাত্যকিক সুমৰিয়া
হৃদয়ত কৰিয়া সন্তাপ ।
অৰ্জ্জুনৰ সমীপক সাত্যকিক পঠাইলোঁহো
মৰিলে আমাত লাগে পাপ ॥
মিত্ৰৰ নিমিত্তে বীৰ অদ্ভুত সমৰ কৰি
অৰ্জ্জুন সমীপে গৈলা খেদি ।
দুৰ্ব্বাৰ সমৰ কৰি দ্ৰোণকো ভঙ্গাইলা বলে
সচক্ৰ শকটব্যূহ ভেদি ॥ ২৪৬৫৮
সাত্যকিৰ অন্বেষণে কাক মই পঠাইবোহো
নপঠালে নেবাওঁ কলঙ্ক ।
একমনে যোলোঁ মই ভীমক পঠাইয়া দিওঁ
সি সি বীৰ সমৰে নিশঙ্ক ॥

ৰথে চৰি ধনু ধৰি কৌৰৱ দলত পশি
সিংহসম কৰিয়া বিক্ৰম ।
কোন বস্তু কুৰুবল যেন শিয়ালৰ দল
একলে সবাকো হৈবা যম ॥ ২৪৬৫৯
কৌৰৱক বিহৰায়া নিজৰাজ্য লভিযোহো
যাৰ বাহুবলৰ প্ৰসাদে ।
দ্বাদশ বছৰ ঘোৰ বনবাস নিস্তৰিলোঁ
দুখতো তৰিলোঁ অপ্ৰমাদে ॥
যেবে ভীমসেন যান্ত অৰ্জ্জুনৰ লগ পান্ত
কৌতুক মিলিব অৰ্জ্জুনত ।
কৃষ্ণ ভীম যুযুধান তিনিকো সহায় পায়া
দিনন্তে মাৰিবো জয়দ্ৰথ ॥ ২৪৬৬০
সাত্যকিক আগ কৰি যতেক কৌৰৱ বীৰে
মহাযুদ্ধ কৰে সমৰতে ।
ভীমৰ গৰ্জ্জন শুনি হৃদি কম্প লৰিলেক
ধ্বজ দেখি পলাই দূৰতে ॥
ভীমৰ গমন ধীৰ মনত কৰিয়া থিৰ
সাৰথিক বুলিলা বচন ।
যথা যুদ্ধে বৃকোদৰ অন্ত কৰে কৌৰৱৰ
তথা লাগি বাহা মোৰ ৰথ ॥ ২৪৬৬১
সাৰথিয়ো মহাবেগে ৰথখান ডাকিলেক
পাইলা ভীমৰ সন্নিধান ।
অৰ্জ্জুনক সুমৰিয়া কান্দি কান্দি বুলিলেক
মাকন্তিৰ চাহিয়া বদন ॥
যক্ষ নাগ ৰাক্ষসক জিনিলেক সমৰত
যি জনে জিনিল একৰথে ।
পাণ্ডৱৰ জয়হেতু অৰ্জ্জুনৰ কপিকেতু
নেদেখিলো ঘোৰ সমৰতে ॥ ২৪৬৬২
এতেক বচন বুলি ৰথত পৰিলা ঢলি
ধৰ্ম্মৰাজা পাণ্ডুৰ নন্দন ।
অৰ্জ্জুনক সুমৰিয়া দুই চক্ষু লোহ বহে
মকমকি কৰন্ত ক্ৰন্দন ॥
কান্দন্ত যে যুধিষ্ঠিৰ দেখিলন্ত ভীম বীৰ
হাত মেলি ধৰিলা চৰণে ।

হাকুতি কাকুতি কৰি দুয়ো চৰণত ধৰি
মুখ চাই বুলিলা বচনে ॥ ২৪৬৬৩

—০—

অৰ্জ্জুনৰ সাহায্যাৰ্থে ভীমক যাবলৈ যুধিষ্ঠিৰৰ উপদেশ

পদ

দ্বাদশ বছৰ তুমি আছিলা বনত।
এতেক কল্মষ নেদেখিলোঁ সিকালত ॥
কিসক লাগিয়া তুমি কৰাহা সন্তাপ।
মই বিদ্যমানে কেনে কৰা হৃদি তাপ ॥ ২৪৬৬৪
আক মহাবীৰ আছে ভাই ধনঞ্জয়।
কেমন কাৰণে তযু দাৰুণ হৃদয় ॥
উঠিয়োক ৰাজা আজ্ঞা কৰিয়োক মোক।
বুলিয়োক কোন কাৰ্য্য লাগে সাধিবাক ॥ ২৪৬৬৫
মোহোৰ অসাধ্য নাই তিনি জগতত।
সকলে উৎসাহ ভঙ্গ তযু বিলাপত ॥
লোতক মলচি ৰাজা বসিলা ৰথত।
গদ গদ কৰি ৰাজা বুলিলা ভীমত ॥ ২৪৬৬৬
শুনিয়োক পাঞ্চজন্য শঙ্খৰ সম্বাদ।
দেৱদত্ত শঙ্খৰ যে নুশুনোঁহো নাদ ॥
জানিলোঁহো ধনঞ্জয় গৈল যমঘৰ।
মাধৱে কৰন্ত যেৱে দাৰুণ সমৰ ॥ ২৪৬৬৭
সৈন্ধৱ বধিতে মনে গৈল ধনঞ্জয়।
কৌৰৱত গৈয়া তান মিলিল সংশয় ॥
শ্যামল সুন্দৰ শ্যাম সুন্দৰ বদন।
সিংহবন্ধ কটি দুই চকোৰ নয়ন ॥ ২৪৬৬৮
বহল হৃদয় বাহু পৰিঘৰ সম।
শত্ৰু ভয়ঙ্কৰ সিংহ সমান বিক্ৰম ॥
হেন ধনঞ্জয় মই নেদেখোঁ নয়নে।
মনে মনে চাহোঁ মোৰ বিফল জীৱনে ॥ ২৪৬৬৯
ভীমসেন ধনঞ্জয় দুইৰ বাহুবলে।
কৌৰৱক মাৰি ৰাজ্য পাইবো অবিকলে ॥
হেন ভাই ধনঞ্জয় মৰাই সমৰত।
ৰাজ্য কি কৰিবো কোন ফল জীৱনত ॥ ২৪৬৭০

এক বোল বোলোহো বুলিতে লাগে ভয়।
তুমিয়ো তেমুহয়া মোৰ যেন ধনঞ্জয় ॥
একে বৰ ভাই আৰো ৰাজা গুৰুজন।
অৱশ্যে কৰিবে লাগে আমাৰ বচন ॥ ২৪৬৭১
আপুনিসি চলিবা দ্ৰোণৰ সেনা জিনি।
দুৰ্গম কৰিবা তুমি কৌৰৱক হানি ॥
তিনিয়ো জগতে যাৰ নাহি পটন্তৰ।
হেলায়ে জিনিয়া যাইবা সেনা কৌৰৱৰ ॥ ২৪৬৭২
অৰ্জ্জুনকো সাত্যকিকো সংগ্ৰামে দেখিয়া।
আমাক জনাইবা নাদ সম্বাদ কৰিয়া ॥
হেনমতে গুণি আমি কৰিলোঁ নিশ্চয়।
যেৱে ভাল দেখা যাইবাক যুৱায় ॥ ২৪৬৭৩
অল্প কৰি হাসি ভীমে বুলিলা বচন।
অকাৰণে নৃপবৰ কৰিয়া ক্ৰন্দন ॥
একে ধনঞ্জয় বাপ পৃথিৱীৰ সাৰ।
আৰো নাৰায়ণ মন্ত্ৰী সাৰথি যাহাৰ ॥ ২৪৬৭৪
হাতত গাণ্ডীৱ ধনু মাৰুতি ধ্বজতে।
সৰ্ব্বৰূপে দেৱগণ আছন্ত টোণতে ॥
বানৰৰ লগে ভূতগণে কৰে ৰাৱ।
কহিবাক নোৱাৰোঁহো ৰথৰ প্ৰভাৱ ॥ ২৪৬৭৫
এহি ৰথে পূৰ্ব্বকালে বহিল ব্ৰহ্মাক।
হৰক ইন্দ্ৰক কুবেৰক বৰুণক ॥
দেৱমায়া যোগে ৰথখান অনিৰ্ব্বাৰ।
তাতে চৰি গৈলন্ত অৰ্জ্জুন দামোদৰ ॥ ২৪৬৭৬
ত্ৰিভুৱনে সাৰ এক ৰথে উপস্থিত।
তাকো লাগি চিন্তা কৰা কিনো বিপৰীত ॥
তথাপিতো তযু আজ্ঞা লাগে কৰিবাক।
হেৰা ৰথে চৰি মই যাওঁ যুঁজিবাক ॥ ২৪৬৭৭

—০—

ভীমৰ যুদ্ধ আৰু অৰ্জ্জুনৰ লগত সাক্ষাত

ঝুমুৰী

হেৰা মই যাওঁ লৰি দুৰ্ব্বাৰ ৰথত চৰি।
প্ৰচণ্ড কোদণ্ড ধৰি হস্তীযুথ জয় কৰি ॥ ২৪৬৭৮

* কোদণ্ড – ধনু।

সেনাপতিক মাৰিবো কৌৰৱক বিদাৰিবো।
অঙ্গৰক জাৰিবো সাত্যকিক তাড়িবো ॥ ২৪৬৭৯
অবধ্যকো বধিবো সৈন্ধৱক বধিবো।
সিংহনাদ পূৰিবো তোমাক জনাইবো ॥ ২৪৬৮০

—০—

পদ

ধৃষ্টদ্যুম্ন সমীপ পাইলন্ত ভীমসেন।
আথেবেথে পাৰ্ব্বতক বুলিলা বচন ॥
ৰাজাৰ আদেশ নোৱাৰোঁহো বাখিবাক।
অৰ্জ্জুনৰ অন্বেষণে লাগয় যাইবাক ॥ ২৪৬৮১
আপুনিয়ো জানাহা দ্ৰোণৰ যেন কথা।
নৃপতিক ধৰিবাক চাহয় সৰ্ব্বথা ॥
নৃপতিক ধৰিলে হকৰাইলোঁ সব ৰাজ।
ধিক্ পৰাক্ৰম জীৱনত কোন কাজ ॥ ২৪৬৮২
তুমি যেৱে ৰাখা যুধিষ্ঠিৰ নৃপবৰ।
তেৱেসে সমীপ মই এৰিবো ৰাজাৰ ॥
লাভক চাহন্তে জানো মূল হকৰাওঁ।
এহিসে কাৰণে মই তোমাক মেলাওঁ ॥ ২৪৬৮৩
অৰ্জ্জুনৰ ভঙ্গ নাই তিনিও লোকত।
নৃপতিৰ পুনু ভয় আছয় দ্ৰোণত ॥
ধৃষ্টদ্যুম্নে বুলিলা ভীমৰ মুখ চাই।
নকহিবা সমীপে দ্ৰোণৰ মুনিসাই ॥ ২৪৬৮৪
আগে যেৱে ধৃষ্টদ্যুম্ন যমঘৰে গৈল।
তেৱেসে জানিবা নৃপতিক দ্ৰোণে নিল ॥
গুৰু বুলি তুমি কিছু গৌৰৱ ৰাখহ।
আজিসেহে ভাঙ্গিবো দ্ৰোণৰ মহ মহ ॥ ২৪৬৮৫
ৰাজাক দিলন্ত ধৃষ্টদ্যুম্নৰ হাতত।
লোহাৰ কৱচ আনি পিন্ধিলা গাৱত ॥
বত্নৰ ভূমুকা তাতে স্থানে স্থানে জ্বলে।
বত্নময় পতাকাক পিন্ধিলন্ত গলে। ২৪৬৮৬
বাহুত পিন্ধিল আনি অনন্ত কঙ্কণ।
পঞ্চবৰ্ণ বস্ত্ৰ লৈলা শৰীৰমণ্ডন ॥

যেন কৃষ্ণবৰ্ণক ঢাকিয়া মেঘমালা।
ইন্দ্ৰধনু সমে তাত সঞ্চৰে চপলা ॥ ২৪৬৮৭
নমিলন্ত নৃপতিৰ চৰণ যুগল।
পিঠিত লাগিল বাৰ পাইলন্ত মঙ্গল ॥
ব্ৰাহ্মণে কৰিলে স্বস্ত্যয়ন জয় হেতু।
মঙ্গল কৰিয়া ৰথে নিবন্ধিলা কেতু ॥ ২৪৬৮৮
আলিঙ্গিয়া নৃপতি কৰিলা শিৰত্ৰাণ।
মঙ্গল কৰিয়া ভীম বিজয় প্ৰধান ॥
কল্যাণক নামে মধু কৰিলন্ত পান।
আৰকত নয়ন দুগুণ ভৈলা প্ৰাণ ॥ ২৪৬৮৯
পৰম আনন্দে ভীম ৰথত চৰিলা।
তেতিক্ষণে পাঞ্চজন্য বোল উথলিলা ॥
শঙ্খধ্বনি শুনি দুনাই বদতি নৃপতি।
জানিলোঁ ভৈয়াইৰ ভৈল দাৰুণ বিপত্তি ॥ ২৪৬৯০
ধনঞ্জয় মৰিল যুঁজন্ত দামোদৰ।
পাঞ্চজন্য শঙ্খক ফুঙ্কন্ত বাৰে বাৰ ॥
তিনিও লোকক ঢাকি শঙ্খৰ সম্বাদ।
জানো অৰ্জ্জুনৰ বৰ মিলিল প্ৰমাদ ॥ ২৪৬৯১
পাইবো অৰ্জ্জুনৰ বৰ জানিলোঁ সন্তাপ।
সুভদ্ৰা দ্ৰৌপদী বৰ পাইবো হৃদি তাপ ॥
শীঘ্ৰে চলি যাহা ভীম নকৰা বিলম্ব।
তোমাতেসে আছে কিছু আমাৰ আলম্ব ॥ ২৪৬৯২
নৃপতিৰ বিষাদ দেখিয়া বৃকোদৰ।
দুন্দুভি সম্বাদ ধনু কৰিলা টঙ্কাৰ ॥
গাৱে বল আছে মানে ফুঙ্কিলা শঙ্খক।
সাৰথিক বুলিলা সত্বৰে ৰথ ডাক ॥ ২৪৬৯৩
বিশোকে ডাকিলা ৰথ উক উক কৰে।
গগনমণ্ডলে যেন গৰুড় সঞ্চাৰে ॥
আটোপ টঙ্কাৰে মাৰিলন্ত বাহু দাপ্তি।
থলকিল কৌৰৱৰ হৃদয় গৈল কম্পি ॥ ২৪৬৯৪
ভীমৰ লগতে গৈল যতেক পাঞ্চালি।
সেনাৰ আন্দোলে যেন যায় ভূমি চালি ॥
মাৰুতিৰ বেগৰ মাৰুত পটন্তৰ।
ৰথৰ বেগত এৰাইলন্ত পটোৱাৰ ॥ ২৪৬৯৫

ভীমৰ বিক্ৰম দেখি নসহে শৰীৰ।
একেলগে ধাইল তথু সুত কুৰি বীৰ ॥
বিন্দ অনুবিন্দ কুন্দ ভেদি দুঃশাসন।
দুৰ্ম্মুখ দুস্সহ বিকৰ্ণ চিত্ৰসেন ॥ ২৪৬৯৬
বিবিংশতি আদি দীৰ্ঘবাহু সুদৰ্শন।
বৃন্দাৰক ৰৌদ্ৰকৰ্ম্মা দীৰ্ঘযে লোচন ॥
স্বহস্ত অপৰ সুতকৰ্ম্মা বীৰ সাৰ।
সুসেন অভয় দুৰ্দ্ধি লোচনকুমাৰ ॥ ২৪৬৯৭
আসন্থাৰ লগে যত আছে মহাৰথ।
নিসন্ধি কৰিয়া সবে বেঢ়িলেক পথ ॥
দুৰ্য্যোধনে দেখে ভীম মিলিল আগতে।
সবে মিলি ডঙ্গৰাকে কৰিবো নিপাতে ॥ ২৪৬৯৮
একখান ৰথত অনেক অস্ত্ৰ আছে।
অপৰ সহায় বীৰ নাই আগে পাচে ॥
কিছু বীৰ মাৰিবন্ত প্ৰথম বলত।
ভাগৰিলে বেঢ়ি মাৰিবাহা সমৰত ॥ ২৪৬৯৯
ই বীৰ মৰিলে বল ভাগে পাণ্ডৱৰ।
ছয় মহাৰথী যম হোৱা অৰ্জ্জুনৰ ॥
সহদেৱ নকুলক গণে কোন বীৰে।
বনবাসে চলিবন্ত ৰাজা যুধিষ্ঠিৰে ॥ ২৪৭০০
ভীমসেনে দেখে কুৰি ৰাজাৰ কুমাৰ।
আক ৰৰ ৰৰ বীৰে লৈল পটোৱাৰ ॥
ভালে লগ পালোঁ হো নপাইলোঁ মাৰিবাক।
ৰাজাৰ আদেশে শীঘ্ৰ লাগয় যাইবাক ॥ ২৪৭০১
মহাবেগে ভীমসেন পাইল পটোৱাৰ।
মৃগৰ মাজক যেন সিংহে দিলা ধাৰ ॥
ভীমক বেঢ়িয়া কুৰি ৰাজাৰ কুমাৰ।
দিব্য শৰ কৰিয়া কৰিল অন্ধকাৰ ॥ ২৪৭০২
সঞ্জয় বদতি শুনা প্ৰধান কৌৰৱ।
ভীমৰ কৰিবো মই দাৰুণ প্ৰভাৱ ॥
যেবে শৰবৃষ্টি ৰথ বেগত এৰাইল।
ৰথ ঘৰিষণে সবে ৰথ বিহৰাইল ॥ ২৪৭০৩
মহাবেগে গৈল নোৱাৰিলা ৰাখিবাক।
দ্ৰোণৰ আগৰ ভজাইলেক হস্তীজাক ॥
দুনাই গুৰু দ্ৰোণে হস্তী দিলেক অন্টাই।
হস্তীৰ পাচত আপুনিয়ো গৈলা ধাই ॥ ২৪৭০৪
উলটিল হস্তী ভীম কোপে কম্পমান।
নিৰন্তৰে কৰিলন্ত নাৰাচ সন্ধান ॥
কতো মাৰি গৈল কতো দিলেক লৰৰ।
থাক বুলি মাৰুতি আতাস দিলা বৰ ॥ ২৪৭০৫
শৰবৃষ্টি কৰি দ্ৰোণে ভেণ্টিলেক বাট।
এক শৰে ভেদিলেক ভীমৰ ললাট ॥
দ্ৰোণৰ ৰথক পায়া তন্তি গৈল ৰথ।
যেন সাগৰৰ ঊৰ্ম্মি উঠে সাগৰত ॥ ২৪৭০৬
ললাটৰ শৰে ভীম অধিক সুহাই।
সূৰ্য্যমণ্ডলৰ যেন ৰশ্মি বাহিৰায় ॥
গুৰু দ্ৰোণে হেন থানি মনত মানন্ত।
যেন ধনঞ্জয় মোক সতত পূজন্ত ॥ ২৪৭০৭
ভীমে সেহিমতে মোক কৰিবন্ত মান।
হাসি মাৰুতিক চাই বুলিলা বচন ॥
শুনিয়োক ভীমসেন বচন আমাৰ।
যাইবাক খোজাহা দেখো ব্যূহৰ ভিতৰ ॥ ২৪৭০৮
দ্ৰোণ হেন শত্ৰু আগে আছোঁ ধনু ধৰি।
আমাক নিজিনি তুমি যাইবা কেন কৰি ॥
তোমাৰ কনিষ্ঠ ধনঞ্জয় মহামানী।
তেহো চলি গৈলা মোত মাগিয়া মেলানি ॥ ২৪৭০৯
আজি মই তোমাক নেদিবো বাট এৰি।
যাইবাক নপাইবা ভীম থাকিয়োক পৰি ॥
দ্ৰোণৰ বচনে ভীম কোপে কম্পমান।
গুঞ্জ হেন ফুৰাইলন্ত ৰকত নয়ন ॥ ২৪৭১০
দ্ৰোণক চাহিয়া নিন্দি বুলিলন্ত বাক।
অৰা ব্ৰহ্মবন্ধু * ভয় নাহিকে তোমাক ॥
তিনিয়ো লোকত যাৰ নাহিকে বিস্ময়।
সেহি বীৰে তোমাক দেখিয়া ভৈল ভয় ॥ ২৪৭১১
তোমাৰ বচন মোৰ নপশে কাণত।
আতিমূতি কথাৰঙ্গে কৌৰৱ মাজত ॥

* ব্ৰহ্মবন্ধু—ব্ৰিহ্মাধম।

ইন্দ্ৰৰ দলক জিষ্ণু পাৰে জিনিবাক।
শিকি ধনঞ্জয়ে পুন্নু মেলানি লৈলেক ॥ ২৪৭১২
যদি ধনঞ্জয় দয়াৱন্ত মহামানী।
গুৰুৰ গৌৰৱ ৰাখি লৈলন্ত মেলানি ॥
নোহো ধনঞ্জয় ক্ৰোধ মুগুচে পাৱৰ।
সমাপতি ভৈল আজি গুৰু গৌৰৱৰ ॥ ২৪৭১৩
আমি জানোঁ তুমি পিতা মাতা গুৰুদেৱ।
তোমাতেসে অধিক আমাৰ নাহি কেৱ ॥
কিনো বিপৰীত আজি বুলিলা বচন।
হেৰ দ্ৰোণ শত্ৰু আছোঁ মোক কৰ ৰণ ॥ ২৪৭১৪
গুৰু হুয়া শত্ৰু ভৈলা মোত দোষ নাই।
শত্ৰুৰ কৰ্ম্মক কৰোঁ হেৰা গদা ঘাই ॥
যমদণ্ড সম গদা ফুৰাইলন্ত টানি।
মৰিলাহা বুলি গদা পঠালন্ত হানি ॥ ২৪৭১৫
গুৰু দ্ৰোণে জাম্প দিলা পৃথিৱীক লাগি।
গদাৰ পাকত ৰথখান গৈল ভাগি ॥
সাৰথিক মাৰি সেনা মাৰিলা বহুত।
বেগ থিৰ হুয়া গদা থাকিল ভূমিত ॥ ২৪৭১৬
এতেকতে কুৰি বীৰ তনয় তোমাৰ।
পাচে পাচে খেদি আসি কৰিলা প্ৰহাৰ ॥
কুৰি বীৰে দশোদিশ বেঢ়িল ভীমৰ।
ছুনাই গুৰু দ্ৰোণ গৈলা ব্যূহৰ দুৱাৰ ॥ ২৪৭১৭
দশোদিশে বেঢ়িলেক সকলে কৌৰৱ।
ৰথৰ মণ্ডলি কৰি যুঁজন্ত পাণ্ডৱ ॥
আগুয়া বীৰৰ বৃন্দ যমঘৰে গৈল।
হস্তী হয় পদাতিক অনেক মাৰিল ॥ ২৪৭১৮
দুঃশাসন যুৱৰাজ বলে অনিৰ্ব্বাণ।
ভীমক কৰিল ৰথ শক্তিৰ প্ৰহাৰ ॥
ৰথৰ শক্তিক ভীমে কাটি তিনিবাণে।
তিনি পাট ভল্ল আনি চড়াইলন্ত গুণে ॥ ২৪৭১৯
সেহি তিনি বাণ হানি তিনি সোদৰৰ।
মুণ্ড কাটি পেলাইলন্ত বীৰ বৃকোদৰ ॥
দীৰ্ঘলোচন কুণ্ডভেদী যে সুষেণ।
এহি তিনি বীৰক মাৰিলন্ত ভীমসেন ॥ ২৪৭২০

বৃন্দাৰক বীৰ ধনু ধৰি যেন নাচে।
নাৰাচ নালিক শৰ প্ৰহাৰন্তে আছে ॥
এক শৰে তাৰ মুণ্ড কাটিয়া পেলাইল।
কুন্তীৰ তনয়ে যম-কৰণে পঠাইল ॥ ২৪৭২১
দুৰ্ম্মিলোচন ৰৌদ্ৰকৰ্ম্মা মহাবীৰ।
অভয়কো জানে সবে সমৰত থিৰ ॥
তিনিৰো কাটিলা মুণ্ড তিনি শৰ হানি।
ভীমসেন লীলায়ে পঠালা সঙ্গমনী ॥ ২৪৭২২
সোদৰক ছন্ন কৰে সোদৰে দেখিয়া।
নিৰন্তৰে শৰ কৰে চৌভিতি বেঢ়িয়া ॥
বিন্দ অনুবিন্দ আৰু সুশৰ্ম্মা প্ৰধান।
একেলগে তিনিকো নিলন্ত যমথান ॥ ২৪৭২৩
তোমাৰ তনয় সুদৰ্শন মহাশয়।
নাৰাচৰ ঘাৱে তাক নিলা যমালয় ॥
আনো যত মহাৰথী সবে লাগ পাইল।
হৃদয় সন্তোষে যম-কৰণে পঠাইল ॥ ২৪৭২৪
একাদশ তযু সুত যমঘৰে নিলা।
পৰম আনন্দে ভীম আটাসেক দিলা ॥
ভয় হুয়া পলাইল অপৰ ভ্ৰাতৃগণ।
পাচে পাচে খেদি খেদি মাৰে ভীমসেন ॥ ২৪৭২৫
যেন ৰৰ বাঘগোট পশিল গোষ্ঠত।
বাছি বাছি গৰুগণ কৰয় নিপাত ॥
বাহু দাপ্তি মাৰে যেন কৰি আটি মুটি।
বাসবন পোৰন্তে যেহেন ফুটে গাণ্ঠি ॥ ২৪৭২৬
শৰদতে কটকত ভৈলা উসমিস।
ৰথ গজ ডাকি ডাকি পলাই দশোদিশ ॥
ৰাজফৌজ জিনিলন্ত পাণ্ডুৰ নন্দন।
দ্ৰোণৰ ৰথক লাগি নিলা ৰথখান ॥ ২৪৭২৭
অন্ধকাৰ ভেদি যেন উদয় মাৰ্ত্তণ্ড।
দ্ৰোণৰ সেনাক কৰিলন্ত লণ্ডভণ্ড ॥
ছুনাই গুৰু দ্ৰোণে পথ ভেটিলা ভীমৰ।
নিৰন্তৰে দ্ৰোণে ৰৰিষিলা ঘোৰশৰ ॥ ২৪৭২৮
দ্ৰোণৰ শৰক সবে কৰিলা নিষ্ফল।
গণ্ডূষতে পিলে যেন সাগৰৰ জল ॥

দ্ৰোণক কৰিয়া পাচ সোদৰক খেদে।
আগ পাচ পাণ্ডৱৰ হস্তীগণ ভেদে ॥ ২৪৭২৯
পাণ্ডৱে পাণ্ডৱে দ্ৰোণে শৰ বৰিষন্ত।
দোধোখান কৰি তাক মাৰুতি কাটন্ত ॥
নৃপতিৰ আদেশে ধানুকী বীৰগণে।
ভীমক বেঢ়িল আসি মাৰিবাক মনে ॥ ২৪৭৩০
সেনাৰ পাচত যুৱৰাজ দুঃশাসন।
তাহাৰ পাচত অৱশেষ ভ্ৰাতৃগণ ॥
ভীমক বেঢ়িয়া কৰে শৰৰ প্ৰহাৰ।
পৰশু পট্টিশ শূল গদা মুদগৰ ॥ ২৪৭৩১
ভীমে দেখিলন্ত বেঢ়িয়াছে বাহু ডাটি।
ধনু ধৰি কতো বেলি আটাৰও কাটি ॥
মন থিৰ কৰি ভীমে আটাসেক্ দিল।
সিংহনাদ কৰি গদা খেপিয়া পঠাইল ॥ ২৪৭৩২
ফুৰি ফুৰি ঘোৰ গদা পশিল সেনাত।
সমুখৰ সেনাগণ কৰিল নিপাত ॥
গদাগোট ফুৰে যেন কুমাৰৰ চাক।
ৰথতে লাগন্তে উথলয় বহ্নি জাক ॥ ২৪৭৩৩
গদাৰ প্ৰতাপ দেখি তযু সুতগণ।
ব্যূহ ভঙ্গে পলাই কেহো নকৰয় ৰণ ॥
বজ্ৰৰ সদৃশ ঘোৰ গদাৰ পাকত।
বাহনৰ হন্তে কেহো পৰিল ভূমিত ॥ ২৪৭৩৪
সিফৌজক জিনি গৈল পাণ্ডুৰ তনয়।
সৰ্পগণ জিনি যেন গৰুড় চলয় ॥
পৰম প্ৰবন্ধে ভৰদ্বাজৰ নন্দন।
আগ ভেন্টি ভীমক খেপিলা শৰগণ ॥ ২৪৭৩৫
তম্ভিলন্ত মাৰুতি দাৰুণ শৰ ঘাই।
শৰ বৰষিলা দ্ৰোণে সেহি ছিদ্ৰ পাই ॥
সিংহনাদ কৰি পাণ্ডু দলকে কম্পাইলা।
হেন দেখি বৃকোদৰে ক্ৰোধে জ্বলি গৈলা ॥২৪৭৩৬
যতেক হানিল শৰ তাৰো নাহি সীমা।
ঘোৰ যুদ্ধ ভৈলা দেৱাসুৰেসে উপমা ॥
তীখাল চোখাল বাণ হানিলন্ত দ্ৰোণে।
মৰ্ম্ম মৰ্ম্ম থানত ফুটিল ভীমসেনে ॥ ২৪৭৩৭

বোলে ভীমসেনে বিলম্বক মুমুৰায়।
শীঘ্ৰগতি চলি যাওঁ দ্ৰোণক ভঙ্গাই ॥
ক্ৰোধে কম্পমান তনু মাৰুতি প্ৰচণ্ড।
ৰথহন্তে জাম্প দিয়া চপৰাই মুণ্ড ॥ ২৪৭৩৮
দুই চক্ষু মুদিয়া দ্ৰোণক খেদি যান্ত।
বোলে ব্ৰাহ্মণৰ আজি কৰি এবেঁ৷ অন্ত ॥
ভীমৰ বিক্ৰম দেখি দ্ৰোণৰ বিস্ময়।
ধনু টানি টানি ঘোৰ শৰ বৰিষয় ॥ ২৪৭৩৯
যেন মত্ত শাল গোটে বৃষ্টি সমাজত।
মুণ্ড পাতি লৱৰয় বৃষ্টিৰ বেগত ॥
ভীমো সেহিমতে শৰধাৰা সহি যান্ত।
দাৰুণ শৰক কটাক্ষকো নকৰন্ত ॥ ২৪৭৪০
ক্ষণেকতে পাইলা গৈয়া দ্ৰোণ সন্নিধান।
দেখি দ্ৰোণ গুৰুৰ লৰিয়া গৈল প্ৰাণ ॥
ইষাত ধৰিয়া ৰথ তুলিয়া লগাইলা।
দূৰক লাগিয়া ৰথ আছাৰি পেলাইলা ॥ ২৪৭৪১
পৃথিৱীত পৰি ৰথ ভৈলা চূৰ্ণাকৃত।
ঊৰ্দ্ধবাহু কৰি দ্ৰোণ থাকিলা ভূমিত ॥
গুৰু দ্ৰোণে আন ৰথে তেখনে চলিলা।
শীঘ্ৰবেগে ব্যূহৰ দ্বাৰত আগুৰিলা ॥ ২৪৭৪২
বৃষকেতু লাসে লাসে ডকাইলেক ৰথ।
দ্ৰোণক জিনিয়া ভীম উঠিলন্ত ৰথ ॥
ৰথত উঠিয়া ভীমে কৰিলন্ত হাস।
বেগ টানি চলি গৈলা অৰ্জ্জুনৰ পাশ ॥ ২৪৭৪৩
প্ৰচণ্ড বতাসে যেন ভাঙ্গে তৰুবন।
তেনমতে ভঙ্গাই চলি গৈল ভীমসেন ॥
অনন্তৰে ভোজক সেনাক গৈল চলি।
যাক ৰাখি আছে কৃতবৰ্ম্মা মহাবলী ॥ ২৪৭৪৪
কৃতবৰ্ম্মা দেখে বীৰ আগতে মিলিলা।
দাৰুণ শৰৰ চোটে ভীমক তন্তাইলা ॥
ভীমসেনে হাৰ্দ্দিকৰ কাটিলন্ত ধনু।
অষ্টাদশ বংশদণ্ডে ভেদিলন্ত তনু ॥ ২৪৭৪৫
সাৰথিৰ কাটি তাৰ ধ্বজকো ভেদিল।
কুটুম্ব নিমিত্তে তাৰ প্ৰাণে মাৰিল ॥

ৰৰ ৰৰ বীৰগণে বাঢ়ি দিলা ৰণ ।
ঘোৰ যুদ্ধে সবাকো মথিলা ভীমসেন ॥ ২৪৭৪৬
কাহাকো ভঙ্গাৱে যুঁজি কাহাকো আটাসে ।
কতো বাহু শৰদতে পলাই তৰাসে ॥
কতো কতো সেনাসবে ৰথৰ বেগতে ।
কতো কতো শৰদতে পৰয় ভূমিতে ॥ ২৪৭৪৭
ভোজক জিনিয়া জিনিলেক কাম্বোজক ।
পাষাণ যুদ্ধিক জিনি জিনিলা ম্লেচ্ছক ॥
শাল্বক জিনিয়া জিনিলন্ত দৰকক ।
পৰ্ব্বত কন্দৰবাসী জিনিলা ম্লেচ্ছক ॥ ২৪৭৪৮
কতোদূৰে দেখন্ত যুঁজন্ত যুযুধান ।
কৌৰৱ দলক মাৰি কৰিলা নিৰ্য্যাণ ॥
সাত্যকিক দেখি কিছু চিত্ত ভৈলা থিৰ ।
পুনৰপি ৰথ ডাকি গৈলা মহাবীৰ ॥ ২৪৭৪৯
অধিকে অধিকে চলে সাত্যকিৰ ৰথ ।
ধূমকেতু যেহেন পৰিল কৌৰৱত ॥
যেহি যেহি বীৰগণে বাঢ়ি দেই ৰণ ।
তাকে তাকে বৃকোদৰে কৰিলন্ত ছন্ন ॥ ২৪৭৫০
সাত্যকিয়ো দেখিল আসিল বৃকোদৰ ।
বাছি বাছি বীৰগণ মাৰে কৌৰৱৰ ॥
আগে পাচে চলে দুয়ো বীৰ বলীয়াৰ ।
পৰিত্ৰাণ নাহি আজি কৌৰৱ সেনাৰ ॥ ২৪৭৫১
কতোক্ষণে মাৰুতি দেখিলা অৰ্জ্জুনক ।
নৰধ্বজে বেঢ়িলেক বানৰ ধ্বজক ॥
সুৱৰ্ণৰ চিত্ৰে শুদ্ধ মাণিকৰ কাম ।
সিংহৰ লাঙ্গুল গোট আতি অনুপাম ॥ ২৪৭৫২
সেহি ধ্বজ গোট জ্বলে দ্ৰোণীৰ ৰথৰ ।
শক্ৰ ভয়ঙ্কৰ যেন উদিত ভাস্কৰ ॥
হস্তীকক্ষা ধ্বজ জ্বলে কৰ্ণৰ ৰথৰ ।
কৃপৰ ৰথৰ ধ্বজ ৰজতৰ সাৰ ॥ ২৪৭৫৩
সুৱৰ্ণৰ বেধা গোট মাণিকে লোচন ।
সেহি ধ্বজ বিকৰ্ণৰ সুত ধৃতসেন ॥
সুৱৰ্ণ লাঙ্গুল ধ্বজ সৈন্ধৱ ৰথৰ ।
ৰজত বাৰাহ জ্বলে জয়দ্ৰথ বীৰ ॥ ২৪৭৫৪

ৰজতৰ হস্তীগোট সৈন্যৰ ৰথত ।
কাঞ্চন ময়ূৰ জ্বলে তাৰ উপৰত ॥
ভূৰিশ্ৰৱা ৰথে জ্বলে সুৱৰ্ণৰ যূপ ।
সূৰ্য্যসম ৰশ্মি জ্বলে ৰথৰ স্বৰূপ ॥ ২৪৭৫৫
মণিময় নাগগোট সুৱৰ্ণে অৰুণ ।
কিঙ্কিণী শতেক তাত বাজে ৰুণ ঝুন ॥
এহি ধ্বজগোট জ্বলে কৌৰৱ ৰাজাৰ ।
নৱ বীৰে অৰ্জ্জুনক কৰন্ত সমৰ ॥ ২৪৭৫৬
নৱ ফৈদে নৱবীৰে সমৰ কৰন্ত ।
এক ফৈদে পলাইল আউৰ ফৈদ যান্ত ॥
একে কপিধ্বজে সব ধ্বজক দেখন্ত ।
ঘোৰ সমৰত বৃকোদৰে দেখিলন্ত ॥ ২৪৭৫৭
পৰম আনন্দে ঘোৰ আটাসেক দিল ।
কৰ্ণত লাগিল তাল পৃথিৱী কাম্পিল ॥
সাত্যকিয়ো নাদিলেক তাত অনন্তৰে ।
দশোদিশে আকাশ পূৰিল নিৰন্তৰে ॥ ২৪৭৫৮
ভীমসেন নাদ শুনিলন্ত ধনঞ্জয় ।
সাত্যকিৰ শৰদতে কৰিলা নিশ্চয় ॥
মনত হৰিষ বল বাঢ়িল দুগুণ ।
অশেষ নাদিল পাণ্ডুতনয় অৰ্জ্জুন ॥ ২৪৭৫৯
দৈৱকীনন্দনো ৰঙ্গে অশেষ নাদিল ।
চাৰিৰো নাদত কুৰুবল খলকিল ॥
যুধিষ্ঠিৰে শুনিলেক মাৰুতিৰ নাদ ।
পৰম আনন্দ ভৈলা খণ্ডিলা বিষাদ ॥ ২৪৭৬০
তুমি হেন ভ্ৰাতৃ পাইলোঁ কত পুণ্যফলে ।
শত্ৰুকো জিনিবো ৰাজ্য পাইবো অবিকলে ॥
যাহাৰ ভৈলাহা শত্ৰু তুমি যেন বীৰ ।
জানিবা তাহাৰ বাসা যমৰ মন্দিৰ ॥ ২৪৭৬১
যাহাৰ প্ৰসাদে অৰ্জ্জুনৰ বাৰ্ত্তা পাইলোঁ ।
ধনঞ্জয় সাত্যকিৰ সন্তাপ এৰাইলোঁ ॥
কহে ৰামসৰস্বতী এৰা আন কাম ।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ২৪৭৬২

—•—

### অৰ্জ্জুনৰ বাৰ্ত্তা পাই যুধিষ্ঠিৰৰ আনন্দ

#### দুলড়ী

যি বীৰে খাণ্ডৱ দাহ সময়ত
ইন্দ্ৰকো ৰঙ্গে ভঙ্গাইলা ।
নিপাত কৱচ ষাঠি হাজাৰেক
পাতালপুৰে বধিলা ॥
পুলুম দানৱ কালকুঞ্জগণ
হিৰণ্যপুৰ বিনাশি ।
একেৰথে চৰি এক ধনু ধৰি
মাৰিলা হাজাৰ আশী ॥ ২৪৭৬৩
একলে কৌৰৱে বিৰাট নগৰে
গৰু হৰিবাক গৈল ।
লণ্ডভণ্ড কৰি সবাকো জিনিয়া
বস্ত্ৰ কাঢ়ি কাঢ়ি লৈলা ॥
দুৰ্য্যোধন ভাইক বান্ধিয়া লৈ যাই
গন্ধৰ্ব্ব ৰাজা যি কালে ।
গন্ধৰ্ব্বক জিনি ৰাজাকো মেলাইলা
ধনঞ্জয় মহাবলে ॥ ২৪৭৬৪
মোহোৰ সমান মুগুধ নাহিকে
তাক লাগি কৰোঁ শোক ।
পৃথিৱী জিনিয়া ৰাজসূয় যজ্ঞে
যি বীৰে কৰাইলা মোক ॥
পুত্ৰৰ সন্তাপে সঙ্কল্প কৰিল
সৈন্ধৱক বধিবাক ।
দিনৰ ভাগতে যমক পঠাইবে
কোনে ৰাখিবেক তাক ॥ ২৪৭৬৫
সৈন্ধৱ মাৰিলে দুৰ্য্যোধন ৰায়
কৰিবেক বৰ শোক ।
কিবা দন্দ এৰি বীৰগণ ৰাখি
মিত্ৰতা কৰয় তাক ॥
অনেক প্ৰকাৰে মনত গুণিয়া
যুধিষ্ঠিৰ নৃপবৰ ।
আপোন কটকে দ্ৰোণৰ আগৰ
বাহিৰাইল খৰতৰ ॥ ২৪৭৬৬

### ভীম আৰু কৰ্ণৰ যুদ্ধ

#### পদ

অৰ্জ্জুনৰ পাচতে ভঙ্গাইলা পটোৱাৰ ।
আটোপ টঙ্কাৰে গৈলা দুয়ো বীৰ সাৰ ॥
পাণ্ডৱে পাণ্ডৱে চলি যাই দুই বীৰ ।
দেখি তয়ু তনয়ৰ নসহে শৰীৰ ॥ ২৪৭৬৭
ধনু ধৰি ক্ৰোধ কৰি ভেদিলেক পথ ।
ৰাজাকো ধাইলেক কোপে দুয়ো মহাৰথ ॥
যুধামন্যু মহাৰথ প্ৰথম ৰণত ।
ত্ৰিশ শৰে হানিলেক ৰাজাৰ হিয়াত ॥ ২৪৭৬৮
কুৰি শৰে সাৰথিৰ ভেদিল হৃদয় ।
চাৰি শৰ হানিয়া ভেদিলা চাৰি হয় ॥
আগবাঢ়ি শৰ কৰিলেক যুধামন্যু ।
দুৰ্য্যোধনে কাটিলেক তাৰ ধ্বজ ধনু ॥ ২৪৭৬৯
ভল্ল হানি সাৰথিক লৈলেক ৰথতে ।
চাৰি শৰে ঘোঁৰাক কম্পাইলা সমৰতে ॥
দুনাই ধনু ধৰি পাচে যুধামন্যু বীৰে ।
হৃদয়তে ৰাজাক ভেদিল ত্ৰিশ শৰে ॥ ২৪৭৭০
উত্তম দ্বাদশ শৰে যাহাক ভেদিল ।
এক শৰ হানি তাৰ সাৰথি ছেদিল ॥
যুদ্ধত সুজান ৰাজা তোমাৰ তনয় ।
উত্তমৌজা বীৰৰ মাৰিলা চাৰি হয় ॥ ২৪৭৭১
সাৰথিকো নাৰাচে ভেদিল হৃদয়ত ।
ৰথ ভঙ্গে উত্তমৌজা ভৈল ভূমিগত ॥
লৰৰি চৰিলা যুধামন্যুৰ ৰথত ।
চাৰি ভল্লে তাড়িলা ৰাজাৰ হৃদয়ত ॥ ২৪৭৭২
সাৰথিকো মাৰিয়া ঘোঁৰাৰ লৈলা প্ৰাণ ।
ৰথ ভঙ্গে দুৰ্য্যোধন গৈলা থান থান ॥
সেহিক্ষণে যুধামন্যু কাটিলন্ত ধনু ।
চাৰি শৰে নৃপতিৰ ভেদিলেক তনু ॥ ২৪৭৭৩
কটা ধনুখান ৰাজা পেলাইলা আছাৰি ।
গদাধৰি মহাৰাজা গৈলেক লৰৰি ॥
যেন যমদণ্ড ধৰি ধাইলে বৈবস্বত ।
যেন শুণ্ড তুলিয়া ধাইলেক ঐৰাবত ॥ ২৪৭৭৪

তেনমতে দুৰ্য্যোধনে ধাইলে গদা ধৰি ।
দুই ভাই পলাইলন্ত ৰথ পৰিহৰি ॥
গদা হানি ৰথখান কৰি চূৰ্ণাকৃত ।
শল্যৰ ৰথত ৰাজা উঠিল ত্বৰিত ॥ ২৪৭৭৫
বীৰগণ মাৰি গৈলা পাণ্ডুৰ কুমাৰ ।
পৰি পৰি আছে ৰাজ যুদ্ধৰ সম্ভাৰ ॥
এখন দুখন কৰি আনিলা কোঞ্চাই ।
লাসে লাসে দুয়ো বীৰে আসি তাকে লই ॥ '৭৬
তাতে চৰি গৈলা দুই পাঞ্চালকুমাৰ ।
বাটে বাটে কোঞ্চাই যান্ত যুদ্ধৰ সম্ভাৰ ॥
দুয়ো বীৰে চলে তযু সৈন্য ছন্ন কৰি ।
দুই কুণ্ড অগ্নি যেন নেই বন পুৰি ॥ ২৪৭৭৭
ধৃতৰাষ্ট্ৰ নৃপতি পুছন্ত সঞ্জয়ত ।
কৰ্ণে কেন কৰ্ম্ম কৰিলন্ত সমৰত ॥
কুন্তীৰ তনয় হেন জানি আপোনাক ।
কেনমতে যুঁজিলেক সোদৰ ভীমক ॥ ২৪৭৭৮
ভীমো জানে কৰ্ণবীৰ যেন বলিয়াৰ ।
দুয়ো দলে যাহাক নাহিকে সমসৰ ॥
অৱগাহি যুঁজিলেক ভঙ্গাইলে ৰণত ।
এৰেসে জানিলোঁ মই দৈৱ বলৱন্ত ॥ ২৪৭৭৯
লক্ষেক ৰাজাৰ ৰাজা ধৰ্ম্মৰ তনয় ।
যাক সুমৰিয়া ৰাত্ৰি নিদ্ৰা নিমিলয় ॥
তাকো সমৰত যুঁজিলেক ভীমসেন ।
তাৰ ভঙ্গ দেখি কেনে জীৱে দুৰ্য্যোধন ॥ ২৪৭৮০
কুলাঙ্গাৰ পুত্ৰ মোৰ দুৰ্য্যোধন মন্দ ।
কৰ্ণক আশায়ে পাণ্ডৱক কৰে দন্দ ॥
বোলে পাঞ্চ পাণ্ডৱক মাৰিবেক কৰ্ণে ।
আছোক অৰ্জ্জুন তাক ভঙ্গাইলেক ভীমে ॥২৪৭৮১
পূৰ্ব্বৰ যতেক কথা যিভৈল সিভৈল ।
বুলিলাহা কৰ্ণে ভীমক খেদিয়া গৈল ॥
কেন যুদ্ধ ভৈল জিনিলেক কোন বীৰে ।
যুদ্ধৰ প্ৰপঞ্চ কথা কহিয়ো সত্বৰে ॥ ২৪৭৮২
সঞ্জয় বদন্তি ভীম বাহু বেগ টানি ।
পাছে পাছে কৰ্ণে খেদি বাহু শৰ হানি ॥
ভৰ্ৎসিয়া বুলিলে কৰ্ণে ভীমক সম্বোধি ।
পিঠি দেখাই পলাই কেনে যাস মন্দবুদ্ধি ॥ ২৪৭৮৩
কুন্তীৰ গৰ্ভত কেনে জনম লভিলি ।
উপজিয়া দুইবে তই পলাইবে শিখিলি ॥
যেবে বোল তই পাণ্ডু ৰাজাৰ কুমাৰ ।
তেবে মোক সমুখে যুঁজিয়ো বৃকোদৰ ॥ ২৪৭৮৪
কৰ্ণৰ বচনে ভীমসেনেয়ো খঙ্গাইলা ।
অৰ্দ্ধেক মণ্ডল কৰি ৰথ ওলোটাইলা ॥
বোলে আজি কৰি এবোঁ অন্ত কলহৰ ।
দুষ্ট ৰাধা-তনয়কো পেষোঁ যমঘৰ ॥ ২৪৭৮৫
এহি বুলি নিৰন্তৰে শৰ বৰষিলা ।
কৰ্ণে অস্ত্ৰমায়া কৰি সকলে গ্ৰাসিলা ॥
অল্প কৰি যুদ্ধ কৰে কৰ্ণ মহাবলী ।
কুন্তীৰ গৌৰবে ভীমক ভ্ৰাতৃ বুলি ॥ ২৪৭৮৬
তাৰ লীলাযুদ্ধ নসহিলা বৃকোদৰে ।
বংশদণ্ডে ভেদিলেক হৃদয় ভিতৰে ॥
দুনাই হৃদয়ত হানিলেক তিনি বাণে ।
সত্তৰি শায়কে দুনাই ভেদিলেক টানে ॥ ২৪৭৮৭
শৰচোট পায়া ৰাধাসুত গৈলা জ্বলি ।
কুৰি শৰে ঘোঁৰাক ভেদিলা মহাবলী ॥
ৰথধ্বজ সাৰথিক ভেদি নিৰন্তৰে ।
ভীমকো ভেদিলা শৰচোটে মহাবীৰে ॥ ২৪৭৮৮
চৌষষ্টি শায়ক হানি ভেদি কৱচক ।
হৃদয়ত হানিলেক চৌষষ্টি শায়ক ॥
কটাক্ষো নকৰে বীৰে কৰ্ণৰ প্ৰহাৰ ।
ওচৰ চপাইলা ৰথ কৰ্ণৰ ৰথৰ ॥ ২৪৭৮৯
বত্ৰিশ নাৰাচে ভেদিলেক হৃদয়ত ।
কিছু ক্ৰোধ জ্বলি গৈল কৰ্ণৰ গাৱত ॥
ভীমকো ভেদিলা কৰ্ণে কৰ্ণকো মাকতি ।
অলক্ষিতে দুয়ো বীৰে কৰে ৰথগতি ॥ ২৪৭৯০
ভীমৰ যতেক বাণ অগ্নিসম জ্বলে ।
কৰ্ণৰ ৰথক লাগি জাকে জাকে চালে ॥
যেন হৰিণক লাগি জাক খেদি যায় ।
শৰশব্দ শুনি যেন কুঞ্জৰ পলায় ॥ ২৪৭৯১

ভীমৰ শায়কে বেৰে নেদেখি কর্ণক ।
কর্ণবীৰে ভীমক হানিলা শৰজাক ॥
কর্ণ শৰে নপাইলেক ভীমৰ ওচৰ ।
দোধোখান কৰি কাটিলেক বৃকোদৰ ॥ ২৪৭৯২
পুনৰপি কর্ণে হানিলেক ঘোৰ শৰ ।
মর্ম্ম মর্ম্মস্থানে হানিলেক বৃকোদৰ ॥
কটলা পশুৰ যেন ভৈলা কলেৱৰ ।
শৰমুখে বহি যাই ৰুধিৰৰ ধাৰ ॥ ২৪৭৯৩
শৰচোটে ভীমে ক্রোধে চাহিলা কটাক্ষে ।
পঞ্চিশ নাৰাচ আনি হানিলেক কোখে ॥
ছয়শৰে বাহু আঠশৰে হৃদয়ত ।
পঞ্চিশ নাৰাচ সমর্পিলা ললাটত ॥ ২৪৭৯৪
ধনুখান কাটি কাটিলন্ত টোণ বাণ ।
ৰথধ্বজ কাটি সাৰথিৰ লৈলা প্রাণ ॥
তিনিপাট নাৰাচে ভেদিল হৃদয়ত ।
পিঠি পাচে বজাই শৰ লুকাইল মহীত ॥ ২৪৭৯৫
কটা গৈল ৰথধ্বজ সাৰথি মৰিল ।
নাৰাচৰ ঘাৱে ভীম বিকল কৰিল ॥
মাৰুতিৰ হাতৰ প্রহাৰ পায়া বৰ ।
পৰাঙ্মুখে ৰাধাসুত দিলেক লৰৰ ॥ ২৪৭৯৬
সমৰ এৰিয়া পলাই গৈল ৰাধাসুত ।
কুন্তীৰ নন্দনে নাদ কৰিল বহুত ॥
কর্ণৰ দুইবাৰ ভঙ্গ ভীমৰ হাতত ।
সঞ্জয়ে কহিলা ধৃতৰাষ্ট্ৰৰ আগত ॥ ২৪৭৯৭
ভীমসেন নাদ শুনিলেক কর্ণবীৰ ।
ক্রোধে কম্পমান তাৰ নসহে শৰীৰ ॥
এৰিলেক স্নেহভাৱ কৰে আড়ম্বৰে ।
বোলে যুবৰাজ আজি পেষোঁ যমঘৰে ॥ ২৪৭৯৮
ক্রোধিলেক কর্ণবীৰ দেখি দুর্য্যোধন ।
মৰিল ঢোহোৰা বুলি গুণে মনে মন ॥
ৰৰ চোটে জ্বলি যাই কর্ণ মহাৰথী ।
ভীমক দিবেক অগ্নি মুখত আহুতি ॥ ২৪৭৯৯
ভীমে দেখিলন্ত কর্ণ দুনাই আসে ধাই ।
যুদ্ধক সম্মুখ ভৈল ৰথ পালটাই ॥

আগুৱান যত বীৰ হাতে আৰ্চ্চা পাইল ।
প্রথম ক্রোধত যমকৰণে পঠাইল ॥ ২৪৮০০
কর্ণকো তাড়িলা তিনি শৰ কর্ণমূলে ।
ৰাধাসুতে ভীমক তাড়িলা কুতূহলে ॥
ৰথৰ মণ্ডলী কৰি যুঁজে দুয়ো বলী ।
দুইৰো শৰীৰত শৰ হানে হুলহুলি ॥ ২৪৮০১
খনো খনো পাচগুচে খনো বাঢ়ে আগ ।
বাঘিনী নিমিত্তে যেন যুঁজে দুই বাঘ ॥
অনন্তৰে বৃকোদৰ মনে গুণি পাইল ।
জৌগৃহ সাজি পুৰি মাৰিবাক চাইল ॥ ২৪৮০২
বনবাসে দুখ পাইলোঁ বাৰয় বছৰ ।
লুকায়া আছিলোঁ আমি অজ্ঞাত বাসৰ ॥
কপট পাশাক খেলি জিনিল পাঞ্চালী ।
সমাজ মাজত নিয়া কৰিলা ধেমালি ॥ ২৪৮০৩
সেৱকিনী ছলে উপভোগকেসে মন ।
হৰিবেক খুজিলেক ভণ্ড দুর্য্যোধন ॥
বস্ত্র কাঢ়ি লৈলা তান কেশত ধৰিয়া ।
এতকাল জীওঁ কিয় তাক সুমৰিয়া ॥ ২৪৮০৪
পাঞ্চালনন্দিনী তাই তান স্বামী বৰ ।
তোৰ পাঞ্চ পতি মুণ্ড তিল সমসৰ ॥
আৰো নানা দুখ সমস্তৰে মান সাৰোঁ ।
ৰাধাসুত মাৰি কলহৰ অন্ত কৰোঁ ॥ ২৪৮০৫
মহাক্রোধে কৰিলন্ত ধনুৰ টঙ্কাৰ ।
প্রাণ উছর্গিয়া ভীমে কৰিলা প্রহাৰ ॥
নিৰন্তৰে খৰতৰ শৰ বৰিষিলা ।
দশোদিশে চন্দ্র সূর্য্য ৰশ্মিকো ঢাকিলা ॥ ২৪৮০৬
সবে শৰজাল কর্ণ ছেদিলা সমৰে ।
ভীমকো ভেদিলা নৱ শৰ দৃঢ়তৰে ॥
যেন অঙ্কুশৰ ঘাৱ পাইলা মত্তহস্তী ।
আথাকে হানয় শৰ কৰে ৰথপতি ॥ ২৪৮০৭
কর্ণে নিৰন্তৰে কৰে শৰ বৰিষণ ।
চক্রাকাৰ কৰিয়া ঘূৰাৱে ৰথখান ॥
দুয়ো মহাবীৰে শঙ্খ যুদ্ধে আস্ফালিল ।
সেনাৰ মাজত লাগি গৈল [illegible] ॥ ২৪৮০৮

ফুটি ফুটি মৰে সেনা দুইৰ শৰজাকে।
দশোদিশে পলাই সেনা সমুখে মাথাকে ॥
দুৰ্ঘোৰ আবাৰ সেনা মৰন্তে কৰয়।
দুইহানো কাৰণে ভৈল সেনাৰ প্ৰলয় ॥ ২৪৮০৯
আকাশে নিসন্ধি ভৈল দুইৰো শৰজালে।
শৰে ফুটি তেজসৰ বহে বোম্বানলে ॥
বায়ুতো অধিক ফুৰে দুইখান ৰথ।
দুই বীৰে শৰ বৰিষন্ত সমৰত ॥ ২৪৮১০
ফুৰন্তে ফুৰন্তে ৰথ ভৈল এক ঠাই।
দুইকো দুই হানিলন্ত হাতে হাতে পাই ॥
কৃষ্ণসাৰ সমান ভীমৰ চাৰি ঘোঁৰা।
বায়ু সম বেগত বলৰ নাহি ওৰা ॥ ২৪৮১১
কৰ্ণৰ ৰথৰ শুক্লবৰ্ণ চাৰি হয়।
একখান হুয়া ৰথ অধিকে সুহায় ॥
যেন কৃষ্ণ শুক্ল মেঘ থাকে একখানে।
বায়ুৰ মণ্ডলে যেন ফুৰাৱে গগনে ॥ ২৪৮১২
জলধাৰা যেন বৰিষয় নিৰন্তৰে।
তেন পটন্তৰ হৰে ভীমৰ কৰ্ণৰে ॥
দুইকো ভৰ্চি দুয়ো শৰ নিৰন্তৰে থাসে।
কিঞ্চিতেক হাৰে হৈলে খলখলি হাসে ॥ ২৪৮১৩
দুইৰ শৰঘাৱে ৰণস্থলী শূন্য ভৈল।
মৰা কলেৱৰে ৰণস্থলী ওপচাইল ॥
ত্ৰস্ত হুয়া বীৰগণ বিদুৰতে থাকি।
যুদ্ধক চাহিয়া থাকে স্তব্ধ কৰি আখি ॥ ২৪৮১৪
ৰথৰ নিৰন্ধ দেখি কুৰু নৃপবৰ।
কৰ্ণক লাগিয়া কৰিলন্ত দুখ বৰ ॥
ভীমৰ সংগ্ৰাম দেখি কৃষ্ণ ধনঞ্জয়।
বুলিলন্ত ভীমৰ মিলিল মহাভয় ॥ ২৪৮১৫
নিৰন্তৰে সেনাগণে কৰে গলাবাৰ।
কিবা কৰ্ণ মৰে কিবা মৰয় পাণ্ডৱ ॥
এতেকতে কৰ্ণবীৰে অন্তৰাইলা ৰথ।
কুৰি শৰে ভেদিলেক ভীমৰ গাৱত ॥ ২৪৮১৬
ভীমো কুৰি শৰে তাৰ ভেদিলেক তনু।
খুৰপতি বাণে তাৰ কাটিলন্ত ধনু ॥
এক শৰে সাৰথিক পেলাইলা ভূমিত।
ভীমৰ বিক্ৰম দেখি কৰ্ণৰ বিস্মিত ॥ ২৪৮১৭
শৰচোটে কৰ্ণে কম্পমান কলেৱৰ।
বোলে অন্ত কৰোঁ আজি দুষ্ট পাণ্ডৱৰ ॥
যমদণ্ড সম শক্তি তুলি লৈল হাতে।
বৈদুৰ্য্য মানিক মণি লগাই আছে তাতে ॥ ২৪৮১৮
পৰশুৰামৰ মন্ত্ৰে নিৰন্ধিলা তাকে।
শকতিৰ মুখে অগ্নি বজাই জাকে জাকে ॥
মৰিল ঢোহোৰা বুলি মাৰিল শকতি।
গিৰ গিৰ কৰিয়া লৰিলা বসুমতী ॥ ২৪৮১৯
শক্তি হানি নাদিলন্ত ৰাধাৰ তনয়।
জয় কৰ্ণ জয় কৰ্ণ ঘোষন্ত কৌৰৱ ॥
পাণ্ডৱ দলত বৰ বোল উথলিল।
কৃষ্ণ অৰ্জ্জুনৰ বৰ বিষাদ মিলিল ॥ ২৪৮২০
পাণ্ডুৰ তনয় বৰ যুদ্ধত সুজান।
শকতিক লাগিয়া খেপিলা সাত বাণ ॥
আঠখান হুয়া শক্তি ভূমিত পৰিল।
দেখি ৰাধাতনয়ৰ হৃদয় লৰিল ॥ ২৪৮২১
সাত শৰে তাড়িলন্ত কৰ্ণৰ হিয়াত।
আটাসেক দিলা যেন পৰিল নিৰ্ঘাত ॥
পুনৰপি কৰ্ণ বীৰে ধৰিলেক দণ্ড।
শৰসব হানিলন্ত যেন যমদণ্ড ॥ ২৪৮২২
নৰ নৰ শৰ হানি কৰি দশ খণ্ড।
একো গোটা শৰক কৰিল খণ্ড খণ্ড ॥
দুইকো দুই শৰ হানে অযুতে নিযুতে।
দুইৰো দুই শৰসঙ্গ কাটন্ত পথতে ॥ ২৪৮২৩
দুইকো দুই ছিদ্ৰ চাহে মাৰিবাক মনে।
শঙ্খ সিংহনাদ কৰে দুই ঘনে ঘনে ॥
ছিদ্ৰপায়া ভীমে ধনু কাটিলা কৰ্ণৰ।
ধ্বজগোট কাটি প্ৰাণ লৈল ঘোটকৰ ॥ ২৪৮২৪
উৰ্দ্ধবাহু কৰি কৰ্ণ মাটিত পৰিল।
দুৰ্য্যোধনে দুৰ্জ্জয় ভ্ৰাতৃক আদেশিল ॥
শীঘ্ৰে চল দুৰ্জ্জয় ৰাখিয়ো ৰাধেয়ক।
কুলাঙ্গাৰ থুবুৰাক পঠাৱো যমক ॥ ২৪৮২৫

হৌক বুলি. দুৰ্জ্জয় ভীমক গৈল খেদি ।
তন্তাইলেক ভীমক দ্বাদশ শৰে ভেদি ॥
আঠ শৰে ঘোঁৰাক ধ্বজক তিনি শৰে ।
দুই শৰে সাৰথিক ভেদিল সত্বৰে ॥ ২৪৮২৬
পুনৰপি দুৰ্ব্বাৰ তীখাল সাত শৰে ।
ভীমৰ হৃদয় ভেদিলন্ত দৃঢ়ত্তৰে ॥
দুৰ্জ্জয়ক দেখি ভীম ক্ৰোধে খেদি গৈলা ।
সনাইবাৰ শৰসব বাছি বাছি লৈলা ॥ ২৪৮২৭
চাৰি শৰে চাৰি ঘোঁৰা যমঘৰে নিলা ।
এক শৰে সাৰথিক যমঘ্ৰৰে দিলা ॥
নব শৰে দুৰ্জ্জয়ৰ হৃদয় ভেদিল ।
শৰৰ সন্ধানে বীৰ উফৰি পৰিল ॥ ২৪৮২৮
ধৰণীত পৰি গৈলা তোমাৰ তনয় ।
লোটালুটি কৰি বীৰে ক্ৰন্দন কৰয় ॥
বিগুটি বিগুটি বীৰে হানিলেক বাণ ।
শৰচোটে দুৰ্জ্জয় ত্যজিল প্ৰিয়প্ৰাণ ॥ ২৪৮২৯
আগতে পৰিল যেবে নৃপতিৰ ভাই ।
কান্দে ৰাধাতনয়ে লোতক বহি যায় ॥
কৰ্ণক তাড়িল ভীমে অসংখ্যাত শৰে ।
শৰ হানি হানি ভীমে সিংহনাদ কৰে ॥ ২৪৮৩০
মহাবেগে চলে শৰ বাজে গুম গুম ।
কৰ্ণবীৰো ভৈল যেন কদম্ব কুসুম ॥
ভীমৰ সমৰে কৰ্ণ তিনি বাৰ ভঙ্গ ।
দেখি দুৰ্য্যোধনৰ মনত বৰ খঙ্গ ॥ ২৪৮৩১
অনন্তৰে ৰণভঙ্গে কৰ্ণ ৰাধাসুত ।
ভীমক লাগিয়া ক্ৰোধ কৰিলা বহুত ॥
আন ৰথে চৰিয়া যুদ্ধক ভৈলা সাজ ।
যেন মত্ত গজক ধাইলেক মত্ত গজ ॥ ২৪৮৩২
কৰ্ণক দেখিয়া ভীমসেন গৈলা চলি ।
কূৰ্ম্মনখে কৰ্ণক ভেদিলা হলহলি ॥
কৰ্ণেয়ো ভীমক হানিলন্ত বৎসদন্ত ।
বোলে ঢঙ্গৰাৰ আজি কৰি এবেঁ। অন্ত ॥ ২৪৮৩৩
দুনাই নাৰাচে ভেদিলন্ত হৃদয়ত ।
সিংহনাদ কৰি দুনাই ভেদিলে কোষত ॥

ভীমসেনো কৰ্ণক হানিল দশবাণে ।
পুনৰপি কুৰি শৰ কৰিলা সন্ধানে ॥ ২৪৮৩৪
কৰ্ণে নৱ নাৰাচে ভীমৰ হৃদয়ত ।
পিঠিপাচে বাজ হুয়া ভেদিলে ধ্বজক ॥
ত্ৰিষষ্টি শায়কে ভীমে হানিলন্ত বেগে ।
কৰ্ণৰো হৃদয়ে তাড়িলন্ত সেহি ছেগে ॥ ২৪৮৩৫
হৃদয়ত পৰি পিঠিপাচে বজাই গৈল ।
ৰুধিৰে তিমিৰ হুয়া ভূমিত লুকাইল ॥
মত্তহস্তী পাইলে যেন অঙ্কুশৰ ঘাৱ ।
চাবুকৰ ঘাৱে যেন ঘোঁৰা বশ্য ভাৱ ॥ ২৪৮৩৬
ওঁঠ চেলেকয় ক্ৰোধে ৰকত নয়ন ।
বোলে ঢঙ্গৰাক নিবো যমৰ কৰণ ॥
মৰিলাহা ভীম বুলি খেপিয়া পঠালা ।
ভীমৰ হৃদয়ে ফুটি ভূমিত লুকালা ॥ ২৪৮৩৭
শৰচোটে খঙ্গাইলেক মাৰুতি প্ৰচণ্ড ।
গদাগোট তুলি লৈল যেন যমদণ্ড ॥
সুবৰ্ণে ৰচিত গদা আঠগোটা শিৰ ।
কৰ্ণক লাগিয়া খেপিলন্ত মহাবীৰ ॥ ২৪৮৩৮
গদাৰ শবদ উথলিলা হৰ হৰি ।
কৰ্ণৰ ৰথক ভাঙ্গিলেক দৰদৰি ॥
দুই শৰ হানিয়া কাটিলে ধ্বজগোটে ।
সাৰথিক কাটিলন্ত এক শৰচোটে ॥ ২৪৮৩৯
জাম্প দিয়া ভূমিত নামিলা মহাবীৰ ।
ধনুখান টঙ্কাৰি যুদ্ধত ভৈলা থিৰ ॥
সিবেলা কৰ্ণৰ দেখিলে াহো পৰাক্ৰম ।
ভূমিপাৰে মাৰুতিক কৰিল সংগ্ৰাম ॥ ২৪৮৪০
দুৰ্য্যোধনে কৰ্ণক বিৰথা হেন দেখি ।
দুৰ্ম্মুখকো আদেশিলা খানিকো নাপেখি ॥
ভীমসেনে মাৰিলন্ত কৰ্ণৰ ঘোটক ।
মাৰিয়োক ঢঙ্গৰাক ৰাখিয়ো কৰ্ণক ॥ ২৪৮৪১
ৰাজাৰ আদেশে গৈল ৰাজাৰ সোদৰ ।
মাৰুতিক লাগিয়া হানিলা দশ শৰ ॥
দুৰ্ম্মুখক খেদি গৈয়া পাণ্ডুৰ নন্দন ।
ওঁঠ চেলেকয় ক্ৰোধে ৰণাৱে চেতন ॥ ২৪৮৪২

একগোটা শিলিমুখে ভঙ্গাইলা কৰ্ণক ।
বায়ুৰ নন্দনে খেদি গৈল দুৰ্ম্মুখক ॥
নব শৰে দুৰ্ম্মুখক যমঘৰে নিল ।
ৰাজাৰ হৃদয়ে ঘৰ শোক আৰোপিল ॥ ২৪৮৪৩
সমৰত হত দুয়ো ৰাজাৰ সোদৰ ।
কৰ্ণ মহাবীৰ পৰাঙ্মুখ চাৰিবাৰ ॥
সেহি ৰথে চৰিলেক ৰাধাৰ নন্দন ।
দুৰ্ম্মুখৰ শৰীৰক কৰি প্ৰদক্ষিণ ॥ ২৪৮৪৪
পুনৰপি যুদ্ধ ভৈলা কৰ্ণ-পাণ্ডৱৰ ।
পূৰ্ব্বে যুদ্ধ ভৈল যেন ৰাম-ৰাৱণৰ ॥
ভীমসেনে প্ৰহাৰিলা চৈধ্যয় নাৰাচ ।
মহাবেগে বিদাৰিলা কৰ্ণৰ কৱচ ॥ ২৪৮৪৫
শৰীৰ ফুটিয়া শৰ ভূমিত পৰিলা ।
চোট পায়া ৰাধাসুত ৰথতে বসিলা ॥
ক্ষণিকতে কৰ্ণবীৰ ভৈলন্ত নিকজ ।
চতুৰ্দ্দশ নাৰাচে ভীমৰ বামভুজ ॥ ২৪৮৪৬
গোটে গোটে প্ৰহাৰিল বজাই বজাই গৈল ।
চোট পায়া মাৰুতি ৰথতে ধনু থৈল ॥
দক্ষিণ বাহুৰ বলে হানিল খড়্গক ।
কৰ্ণৰ ৰথৰ ধ্বজগোট কাটিলেক ॥ ২৪৮৪৭
কৰ্ণক কৰ্ণৰ মূলে তিনি বৎসদন্তে ।
পাণ্ডুৰ নন্দনে দৃঢ় কৰি তাড়িলন্তে ॥
সাত শৰ তাড়িলন্ত সাৰথিৰ গাৱে ।
ৰথতে পৰিল কৰ্ণ বিহ্বল স্বভাৱে ॥ ২৪৮৪৮
সাৰথি দেখিলা কৰ্ণ পৰিলা বিহ্বলে ।
ৰথ পালটায়া পুনু আইলা ততকালে ॥
কৰ্ণ পলাই গৈল হানিলন্ত বৃকোদৰ ।
ক্ষণেকে চেতন পাইল ৰাধাৰ কুমাৰ ॥ ২৪৮৪৯
এহি বুলি তাড়িলন্ত শতেক বিপাটে ।
পাঞ্চগোট নাৰাচ হানিল গোটে গোটে ॥
ললাটত হানিল দাৰুণ তিনি বাণ ।
এক শৰে কাটিল হাতৰ ধনুখান ॥ ২৪৮৫০
শৰচোটে ৰাধাসুত আন ধনু ধৰি ।
শৰ হানি ভীমক বুলিলা গৰ্ব্ব কৰি ॥
ভীমসেনে তাৰ চাৰি ঘোঁৰাক বিনাশি ।
সাৰথিৰ প্ৰাণ লৈয়া তুলিলন্ত হাসি ॥ ২৪৮৫১
একক্ষণে ধনু শৰ কাটিলে মুঠিতে ।
গদা ধৰি কৰ্ণে জাম্প দিলেক ত্বৰিতে ॥
গদাগোট খেপি আন ধনু ধৰি বীৰ ।
ভীমৰ সমুখে সমৰত ভৈলা থিৰ ॥ ২৪৮৫২
চাৰি শৰ মাৰি গদা পেলাইলা কাটিয়া ।
শৰবৃষ্টি কৰিল কৰ্ণক আবৰিয়া ॥
ভীমে যত হানিল কাটিল ৰাধাসুত ।
ধনুত জুৰিল চাৰি শৰ অদভুত ॥ ২৪৮৫৩
ছিদ্ৰ পায়া চাৰি শৰে কাটিলা সন্নাহা ।
কৱচ গুচিলা যে উদাস ভৈলা দেহা ॥
কুন্তীৰ গৰ্ভত জাত দেৱৰ কুমাৰ ।
প্ৰচণ্ড মাৰ্ত্তণ্ড যেন জ্বলয় শৰীৰ ॥ ২৪৮৫৪
আৰো তাড়িলন্ত বীৰে পঞ্চিশ নাৰাচে ।
অদভুত দেখি চাহি সৰ্ব্বলোকে আছে ॥
কৱচ কাটিলা ভীমে দুগুণে কিটাইল ।
নব গোটা ভল্লশৰ খেপিয়া পঠাইল ॥ ২৪৮৫৫
কৰ্ণৰ দেখিল বাহু ভেদি বৰ চোটে ।
ধৰণীত শায়ক পৰিল সেহি চোটে ॥
শৰচোটে কাম্পে কৰ্ণ দেখি কুৰুৰায় ।
ডাকিয়া ডাকিয়া সোদৰক আদেশয় ॥ ২৪৮৫৬
কুৰুবীৰে দেখা ভীমে পীড়য় কৰ্ণক ।
কৰ্ণক ৰাখিয়া মাৰিয়োক চণ্ডবাক ॥
কৰ্ণক কৰিয়া পাচ ৰাজাৰ সোদৰ ।
ভীমক সমুখ হুয়া বৰিষয় শৰ ॥ ২৪৮৫৭
পাচে উলটিল কৰ্ণ পাইলন্ত প্ৰকাশ ।
তথু পুত্ৰ দেখি ভীমে তুলিলন্ত হাস ॥
চিত্তত পৰিত্ৰ চিন্তা যুদ্ধ শৰাশনি ।
চাক ছিদ্ৰ চিত্ৰাক্ষ কৌৰৱ মাজে গণি ॥ ২৪৮৫৮
চিত্ৰবৰ্ম্মা মহাবীৰ যুঁজে আগুৱান ।
ভীমক কৰিলা বেঢ়ি অস্ত্ৰৰ সন্ধান ॥
ভীমসেনে বোলে আজি মোৰ ৰঙভাগ ।
জেঠাৰ পুত্ৰক যমে যমে পাওঁ লাগ ॥ ২৪৮৫৯

সন্দেশ দিবন্ত যেন হোৱয় উচিত।
এহি বুলি সাত শৰ ধৰিল ত্বৰিত ॥
কৰ্ণমানে ধনু টানি বীৰ বৃকোদৰে।
ৰথী সাৰথিকো মাৰিলন্ত একো শৰে ॥ ২৪৮৬০
ঢলি ঢলি সাতো বীৰ পৰয় ৰথত।
উলটি ৰহিল ৰথ ৰাজাৰ আগত ॥
নৃপতি দেখিল সাতো বীৰ গৈল মৰি।
চক্ষুৰ লোতক বহি যায় সৰসৰি ॥ ২৪৮৬১
শৰৰ পুংখত সাৰথিৰ কলেৱৰ।
ৰথ আগে ভেদি আছে ৰাজাৰ কুমাৰ ॥
মাজে শৰচোটে যেন বান্ধি আছে ভাৰ।
কিনো বিপৰীত ভৈল ভীমৰ প্ৰহাৰ ॥ ২৪৮৬২
ভীমৰ প্ৰশংসা বাণী দশোদিশে শুনি।
কৰ্ণৰ গাৱত যেন জ্বলিলা অগনি ॥
সাতবাৰ বিমুখ তথাপি নাই ক্ষমা।
সংগ্ৰাম কৰিয়া ভীমে দেখাইলা মহিমা ॥ ২৪৮৬৩
আগতে পৰিল যেবে ৰাজাৰ কুমাৰে।
কৰ্ণৰ নয়নে বহি যায় লোহ ধাৰে ॥
আন ৰথে চৰি সমৰত প্ৰবেশিল।
ভীমৰ গাৱত দৃঢ় কৰিয়া তাড়িল ॥ ২৪৮৬৪
তীখাল চৌত্ৰিশ শৰে হানি বৃকোদৰে।
কৱচ পেলাইলা কাটি কৰ্ণৰ গাৱৰে ॥
দুইহানো গাৱৰ যেবে গুচিল কৱচ।
দুই দুইৰ শৰীৰত আসিল নাৰাচ ॥ ২৪৮৬৫
বোম্বালে ৰুধিৰ বহে দুইৰো শৰীৰত।
যেন দুই ভাস্কৰ উচিত আকাশত ॥
ৰথৰ মণ্ডলী কৰি পৱন সঞ্চাৰে।
দুইৰো শৰে দশোদিশে দেখি অন্ধকাৰে ॥ ২৪৮৬৬
যেন ঘোৰ যুদ্ধ ভৈল বলী-পুৰন্দৰ।
তেনে যুদ্ধ কৰিলন্ত কৰ্ণ বৃকোদৰ ॥
নিৰন্তৰে দেখি দুইৰো ধনুৰ মণ্ডলী।
যেন বনে দুই গাছে পলাশ আছে ফুলি ॥ ২৪৮৬৭
কতো বেলি ভীমে কিঞ্চিতেকো ছিদ্ৰ পাই।
অনেক সহস্ৰ শৰ হানিয়া পঠাই ॥
ফুটি ফুটি গৈল শৰ কৰ্ণৰ গাৱন্ত।
শৰচোটে কৰ্ণবীৰ পলুৱাইল ৰথ ॥ ২৪৮৬৮
ভীমৰ শৰৰ চোট নপাৰে যহিত।
দুই দণ্ডমানে কৰ্ণ আছিল তহিত ॥
ভীমৰ বিক্ৰম দেখি ৰাজা দুৰ্য্যোধন।
সেনাক সম্বোধি হেন বুলিলা বচন ॥ ২৪৮৬৯
কৰ্ণক পীড়য় ভীমে সবাৰে আগত।
সবে বীৰে বেঢ়ি তাক কৰিয়ো নিপাত ॥
সকলে সোদৰ সমৰক যায়ো চলি।
যাবে ৰথখান সাজে কৰ্ণ মহাবলী ॥ ২৪৮৭০

---

ভীমৰ হাতত দুৰ্য্যোধনৰ ভ্ৰাতৃসৰৰ মৃত্যু

**দুলড়ী**

ৰাজাৰ বচন শুনি সেনাগণ
কাচিলেক বীৰ কাচে।
ৰথত চৰিয়া গজত উঠিয়া
যত বীৰগণ আছে ॥
পদাতি কটকে ধনু ধৰি ধাইল
ৰাউতে ঘোঁৰা দিলা চুটি।
বিকৰ্ণৰ লগে সমৰে চলিল
ম্লেচ্ছসেনা কোটি কোটি ॥ ২৪৮৭১
আৰো ছয় বীৰ ৰাজাৰ সোদৰ
তাহাৰ লগতে চলে।
চাপ চাপ বুলি চৌভিতি বেঢ়িল
সকল কৌৰৱ দলে ॥
সবে বীৰগণে একে লগে ৰণ
মাৰিল অস্ত্ৰৰ জাক।
অস্ত্ৰ হানি হানি ডাকি ডাকি বোলে
মৰিলিহি থাক থাক ॥ ২৪৮৭২
ভীমে দেখিলন্ত দুৰ্য্যোধন ৰায়
যেন দড়াই দিলা ভাটি।
কৌৰৱে যতেক শৰ প্ৰহাৰিল
প্ৰথমে পেলাইলা কাটি ॥

পাচে শৰ কৰি বীৰগণ মাৰি
যম-কৰণে পঠাইল।
হয় হস্তী মাৰি মৰা কলেৱৰ
সমৰ ভূমি ক্ষেপিল ॥ ২৪৮৭৩
অনেক কালৰ দাৰুণ গহন
এক কুণ্ডা জুই জ্বলে।
পৰ্ব্বত সমান তুলাৰাশি যেন
একে বতাসতে উৰে ॥
জাকে জাকে যেন ফৰিঙ্গা আসিয়া
ক্ষণিকতে কৰে জাস।
হেনমতে তমু সেনা মাৰি গৈল
নপাইল ভীমৰ পাশ ॥ ২৪৮৭৪
কতো মৰি গৈল কতো পলাই গৈল
দেখিল সাত সোদৰে।
আপোনাৰ ফৌজে ভীমক দেখিয়া
বৰিষিলা ঘোৰ শৰে ॥
বিকৰ্ণ মূৰ্চ্ছিত চিত্ৰসেন দৃঢ়
উগ্ৰায়ুধ মহাশয়।
শক্ৰ সহ বীৰ সমৰত থিৰ
মহাবীৰ শত্ৰুঞ্জয় ॥ ২৪৮৭৫
এহিমতে বীৰে চৌভিতি বেঢ়িয়া
বৰিষে ঘোৰ শায়ক।
যেন সাত গ্ৰহে প্ৰলয় কালত
যুদ্ধ কৰিল সোমক ॥
সাত সোদৰক চৌভিতি বেঢ়িয়া
বৰিষে ঘোৰ শায়ক।
যাক খুজি লুৰি মাৰিবাক লাগে
সেহিটো আসে পাশক ॥ ২৪৮৭৬
সাত গোটা শৰ সাতকে উদ্দেশি
ধনুৰ গুণে জুৰিল।
দেখি ঘোৰ শৰ সাত কুমাৰৰ
তেখনে জীৱ উৰিল ॥
দান্ত কামুৰিয়া ধনুক টানিয়া
কৰিল শৰ প্ৰহাৰ।
গৈল মহাবেগে পৰি সেহি ছেগে
হিয়াত কৰি দোহাৰ ॥ ২৪৮৭৭
সাতকো ফুটিয়া শৰ বাহিৰাইল
কধিৰতে তোল বোল।
কুৰুসেনা মাজে হাহাকাৰ কৰি
উথলিল ৰৰ ৰোল ॥
ৰাজাৰ সোদৰ মাৰি বৃকোদৰ
সেনাত পশিল ৰঙ্গে।
হাতে ধনু ধৰি শৰ কৰি কৰি
সেনা মাৰিলন্ত ভঙ্গে ॥ ২৪৮৭৮
সবাকো জিনিয়া বীৰ বৃকোদৰ
কৰিলন্ত সিংহনাদ।
ভীমৰ বিক্ৰম দেখি দেৱগণ
কৰিলন্ত সাধুৰ্ব্বাদ ॥
দ্ৰোণ ভূৰিশ্ৰৱা কৃপ জয়দ্ৰথ
শল্যৰাজা মহাশয়।
যুধামন্যু বীৰ উত্তমৌজা থিৰ
সাত্যকি কৃষ্ণ বিজয় ॥ ২৪৮৭৯
কুৰু পাণ্ডৱৰ এহি দশ বীৰে
ভীমৰ বিক্ৰম জানি।
শঙ্খ সিংহনাদ কৰিয়া ভীমক
বুলিলা প্ৰশংসা বাণী ॥
ব্যূহ বাহিৰত যুধিষ্ঠিৰ ৰাজা
শুনিলা ভীমৰ নাদ।
ভীমৰ বিজয় জানি পাণ্ডুদলে
কৰিয়া শঙ্খ সম্বাদ ॥ ২৪৮৮০
একত্ৰিশ ভাই সমৰে সম্বাদ
মাৰিলন্ত ভীমসেনে।
ৰথতে পৰিয়া ক্ৰন্দন কৰিলা
কুৰুৰায় দুৰ্য্যোধনে ॥
জানি শুনি হিত বিদুৰে বুলিলা
জানি কৰ্ণ মহাবীৰ।
তাৰ ফল পাইলোঁ হাততে মৰাইলোঁ
সোদৰ প্ৰাণ আজাৰ ॥ ২৪৮৮১

কৰ্ণৰ হাতত ভীমৰ পৰাজয়

পদ

ভীমৰ সন্ধান জানি কৰ্ণ মহাবীৰে।
লোহাৰ কৱচ আনি পিন্ধিলা শৰীৰে ॥
শুক্ল চাৰি ঘোঁৰা আনি জুৰিলা ৰথত।
হস্তী কক্ষধ্বজ নিবন্ধিলা উপৰত ॥ ২৪৮৮২
সুবৰ্ণৰ টুপীগোট চৰাইলন্ত শিৰে।
দৃঢ় ধনুখানি আনি ধৰি বামকৰে ॥
আঠবাৰ ৰণভঙ্গে কৰ্ণ মহাবীৰ।
ভীমনাদ শুনি তাৰ নসহে শৰীৰ ॥ ২৪৮৮৩
সাৰথিয়ো শীঘ্ৰবেগে ডাকিলন্ত ৰথ।
দুই দণ্ড অন্তৰে প্ৰবেশ সমৰ্ত্ত ॥
কৰ্ণক দেখিয়া ভীমসেন গৈল জ্বলি।
পুনৰপি সংগ্ৰাম কৰিলা মহাবলী ॥ ২৪৮৮৪
ধৃতৰাষ্ট্ৰ বুলিলন্ত কহিয়ো সঞ্জয়।
মোহোৰ মনত বৰ মিলিল বিস্ময় ॥
কুন্তীৰ গৰ্ভত জাত কৰ্ণ বৃকোদৰ।
দুয়ো বীৰ সমান দাৰুণ কলেৱৰ ॥ ২৪৮৮৫
দাৰুণ সন্ধান সহে ভীমৰ শৰীৰ।
দৃঢ়মুষ্টি প্ৰহাৰয় দুয়ো মহাবীৰ ॥
দেৱৰ বীৰ্য্যত জাত দুয়ো মহাবীৰ।
দাৰুণ সন্ধান সহে দুয়ো মহাবীৰ ॥ ২৪৮৮৬
দৃঢ়মুষ্টি কৰ্ণৰ প্ৰহাৰ নুহি চোট।
শৰীৰত কেনে নসহয় বৰ ছোট ॥
প্ৰভাতৰ হন্তে ভীম কৰয় সংগ্ৰাম।
একতিল নাহি শুনো তাহাৰ বিশ্ৰাম ॥ ২৪৮৮৭
ভাগৰিল ঘোটক কৱচ নাহি গাৱে।
সাঞ্চ ছিণ্ডি ছিণ্ডি গৈল ঘোৰ শৰঘাৱে ॥
কিনো ভৈল দাৰুণ ভীমৰ কলেৱৰ।
খানিক বিশ্ৰাম নাহি ঘোৰ সমৰৰ ॥ ২৪৮৮৮
বাৰে বাৰে মোত কথা কহে দুৰ্য্যোধন।
বোলে কৰ্ণে মাৰিবেক চাৰে পাণ্ডুগণ ॥
কৰ্ণে সবে জিনিবাক পাৰে তিনিলোক।
কোন বস্তু পাঞ্চ ভাই বল তেজিয়োক ॥ ২৪৮৮৯
যেন মধুলোভে নৰে উঠে গৈয়া গাছে।
মধু নপাৱয় নৰে পৰি মৰে পাছে ॥
তেনমতে ৰাজ্যলোভে মন্দ দুৰ্য্যোধনে।
ভ্ৰাতৃগণ পঠাইলেক যমৰ কৰণে ॥ ২৪৮৯০
দুৰ্য্যোধন কৰ্ণ যে শকুনি দুঃশাসন।
দ্ৰৌপদীক বুলিলেক নিন্দিত বচন ॥
কেশ আজুৰিয়া আৰো বুলিলেক হাসি।
বস্ত্ৰ আজুৰিয়া তাঙ্ক বুলিলেক দাসী ॥ ২৪৮৯১
জ্ঞাতি বন্ধু নকৰে পাণ্ডৱ যতি সতি।
পাৰন্ত সহায় কোনে বোলে মন্দমতি ॥
তেৱে কেনে পাৰন্তেৰো নমাৰে পাণ্ডৱে।
জানিলেও ৰাখিলেক মোহোৰ গৌৰৱে ॥ ২৪৮৯২
বোলে জ্যেষ্ঠ বোলে মোক দুনাই দিয়ো ৰাজ।
আশাতেসে পাইলেক দুৰ্ঘোৰ বনমাজ ॥
স্বভাৱে অন্ধক মই শ্ৰুতি মুণ্ড খাইলোঁ।
পৰৰ ধনৰ লোভে বুন্দামাৰ ভৈলোঁ ॥ ২৪৮৯৩
বিকৰ্ণ মাৰিল আৰো পুত্ৰ বিবিংশতি।
আনো যত তনয় সকলে মহাৰথী ॥
যুৱৰাজো লক্ষ্মণো চলিল যমবাস।
এভো মন্দ তনয়ৰ ৰাজ্যতেসে আশ ॥ ২৪৮৯৪
একে অন্ধ আৰো বৃদ্ধ পুত্ৰৰ সন্তাপ।
অনেক জনমে কত কৰি আছোঁ পাপ ॥
এহি বুলি মৌন ভৈলা অম্বিকানন্দনে।
মূৰ্চ্ছা যাই ঢলি পৰিলন্ত সিংহাসনে ॥ ২৪৮৯৫
পতিব্ৰতা গান্ধাৰী স্বামীৰ শোক দেখি।
পুত্ৰশোকে তৰধ ভৈলেক দুয়ো আখি ॥
শোক অগনিক ধৰিলন্ত হৃদয়ত।
সিঞ্চিল চন্দন জল ৰাজাৰ গাৱত ॥ ২৪৮৯৬
হিয়াত হানিয়া মুঠি কৌৰৱ জননী।
অন্তেঃপুৰ ঢাকিলেক ক্ৰন্দনৰ ধ্বনি ॥
কতো বেলি নৰপতি পাইলন্ত চেতন।
গান্ধাৰী বুলিলা পাছে প্ৰবোধ বচন ॥ ২৪৮৯৭

দুৰ্য্যোধন কুমতিৰ জন্ম সময়ত।
বিদুৰে বুলিলে আক পেলায়ো জলত ॥
ইহাৰ নিমিত্তে পৃথিৱীৰ হৈবে ক্ষয়।
কৌৰব বংশৰ সবে মিলিবে প্ৰলয় ॥ ২৪৮৯৮
আমিয়ো বুলিলোঁ মাতি আনিয়ো ভীমক।
ভীমৰ হাতত মৰায়োক পাপিষ্ঠক ॥
পাণ্ডুৰনন্দন হৈবে কুলৰ প্ৰদীপ।
ৰাজাসুত যুধিষ্ঠিৰ তেহে হৌক নৃপ ॥ ২৪৮৯৯
পিতৃতো অধিক মান্য কৰন্ত তোমাক।
কুন্তীতো অধিক কৰি পুছন্ত আমাক ॥
ৰাজ্যভাৰ সমস্তে তোমাত সমৰ্পিব।
নিজ ভ্ৰাতৃসমে শত পুত্ৰক পালিব ॥ ২৪৯০০
তাকো নুশুনিলা তুমি পুত্ৰৰ স্নেহত।
সন্তাপক ভুযুৱায় আপোন দোষত ॥
গান্ধাৰীৰ বচনত সন্ধুক্ষণ ভৈলা।
সঞ্জয়ৰ মুখ চাই মাতিবাক লৈল ॥ ২৪৯০১
কহিয়ো সঞ্জয় মোৰ চিত্ত ভৈল স্থিৰ।
কেনমতে যুদ্ধ কৰিলন্ত কৰ্ণবীৰ ॥
ভীমসেনো কেনমতে যুঁজিলেক তাক।
পৰম কৌতুক মোৰ কথা শুনিবাক ॥ ২৪৯০২
সঞ্জয় বোলন্ত ৰাজা হুয়ো সাৱধান।
সকলে কহিবো মই কথাৰ প্ৰমাণ ॥
যি কাৰণে কৰ্ণে চোট নসহয় বৰ।
ভীমৰ শৰীৰ সমৰত দৃঢ় বৰ ॥ ২৪৯০৩
যি কালত কুন্তী আছে পিতৃৰ গৃহত।
উপজিল কৰ্ণবীৰ সেহি সময়ত ॥
কোমল কালত জাত কোমল শৰীৰ।
যাতো দেৱবীৰ্য্যে জাত ভৈলা মহাবীৰ ॥ ২৪৯০৪
তৰুণ কালত কুন্তী তপ আচৰিলা।
বায়ুৰ বীৰ্য্যত ভীম পুত্ৰক লভিলা ॥
অৰ্জ্জুনক লভিলন্ত ইন্দ্ৰৰ তেজত।
দুয়ো মহাবীৰ চোট সহয় গাৱত ॥ ২৪৯০৫
ধৰ্ম্মৰ সন্তান উপজিল যুধিষ্ঠিৰ।
ধৰ্ম্মে পৰাক্ৰম তাৰ কোমল শৰীৰ ॥
কুন্তীসম ৰমণী নাহিকে এককাল।
যাৰ গৰ্ভে জাত যুধিষ্ঠিৰ মহীপাল ॥ ২৪৯০৬
কৰ্ণ ভীম অৰ্জ্জুন তিনিয়ো বীৰসাৰ।
এহি তিনি বীৰে কৰে সৈন্যৰ সংহাৰ ॥
পৃথিৱীৰ পুৰুষ মাৰিব তাৰ কাজে।
এৱে সুখে থাকিয়োক বিধবাৰ মাজে ॥ ২৪৯০৭
আপুনিও পাইলা তুমি কুবুদ্ধিৰ ফল।
সকলে পৃথিৱী ভৈলা বিধবাসকল ॥
কৰ্ণৰ ভীমৰ শৰে সেনা মৰে ফুটি।
তথু সৈন্য কিছু কিছু কৰি গৈল টুটি ॥ ২৪৯০৮
নিৰন্তৰে শৰ কৰে কৰ্ণ বৃকোদৰ।
দশোদিশ ঢাকিল গগন অন্ধকাৰ ॥
পক্ষীয়ো নচলে বায়ু নবহে বাতাস।
শৰে ছন্ন হুয়া দুয়ো নকৰে প্ৰকাশ ॥ ২৪৯০৯
অনন্তৰে কৰ্ণ বীৰ টানি ধনুখান।
ছিদ্ৰ পায়া ভীমক তাড়িলা তিনি বাণ ॥
মহা কোপে ধৰি পাচে ভীমে দুইবাণ।
কৰ্ণক কৰিলা বীৰে শৰৰ সন্ধান ॥ ২৪৯১০
দক্ষিণ কৰ্ণক ফুটি গৈল বাম কৰ্ণ।
শৰচোটে কৰ্ণ ভৈল বদন বিবৰ্ণ ॥
দুই কৰ্ণে পিন্ধি আছে দোগোটা কুণ্ডল।
দীপিতি কৰয় যেন ৰবিৰ মণ্ডল ॥ ২৪৯১১
ভীমে দুই খুৰ হানি কাটিলা ত্বৰিত।
দুইগোটা তাৰা হেন পৰিলা ভূমিত ॥
দুনাই হাসি হাসি ভীমে লৈলা ভল্ল শৰ।
দৃঢ় কৰি ভেদিলন্ত হৃদয় কৰ্ণৰ ॥ ২৪৯১২
পুনৰপি হানিলে নাৰাচ দশপাট।
হলহলি ভেদিলন্ত কৰ্ণৰ ললাট ॥
মূৰ্চ্ছা যাই কৰ্ণ বীৰ পৰিল ৰথত।
পৰন্তে ধৰিল বীৰ ৰথৰ ধ্বজত ॥ ২৪৯১৩
দুনাই কৰিলা শৰ মূৰ্চ্ছাগত দেখি।
সাৱধানে থাকিলন্ত নিজধৰ্ম্ম ৰাখি ॥
কৰ্ণক কৰিয়া পাচ বৰ বীৰজাকে।
আগহুয়া ভীমক ভেদিলা শৰজাকে ॥ ২৪৯১৪

ৰবিৰ মণ্ডল যেন ঢাকিল শিশিৰে।
তেনমতে ভীমক ঢাকিলা কুৰুবীৰে ॥
ভীমসেনে তাসম্বাৰ শৰ নিবাৰিয়া।
মুঠি ডাঠ কৰিয়া যে ধনুক ধৰিয়া ॥ ২৪৯১৫
সাত আঠ বীৰ মাৰে একপাট শৰে।
এক শৰে দুই তিনি ঘোঁৰাক সংহাৰে ॥
হস্তী কুম্ভস্থলে ঘালে নৰাচয় ঘাৰ।
সেহিমতে পৰি হস্তী কাঢ়ে ঘোৰ ৰাব ॥ ২৪৯১৬
কাহাৰো কাটিল মুণ্ড কাৰো বাহু দণ্ড।
হস্তী হয় ৰথক কৰিলা খণ্ড খণ্ড ॥
দুৰ্গম সংগ্ৰাম ভূমি চাহন নযায়।
সেনাৰ শোণিতে নদী এক বহি যায় ॥ ২৪৯১৭
ৰথত বিমুখ কৰ্ণ নব বাৰ ভৈলা।
দ্ৰোণক উৎসৰ্গি সমৰক চলি গৈলা ॥
শগুণৰ পথা চায়া আছে ৰণ ঘোৰ।
সেহি মহাশৰ ৰাধাতনয় কৰ্ণৰ ॥ ২৪৯১৮
কৰ্ণে তাতে ভাৰ্গৱৰ শৰ অভিষেকি।
ভীমক প্ৰহাৰ কৰে ছিদ্ৰ দেখি দেখি ॥
তাকো বৃকোদৰে কাণো আঙ্গুলিতে নাৰে।
দিব্য অস্ত্ৰ আনিয়া কৰ্ণৰ গাৱে তাড়ে ॥ ২৪৯১৯
লাজত অন্তৰ নোহে দাৰুণ সন্ধানে।
বোলে ভীম তোক আজি পেষোঁ যমথানে ॥
নৱগোটা শৰ কৰ্ণে হানিলা ত্বৰিতে।
ভীমক ফুটিয়া শৰ লুকাইলা ভূমিত ॥ ২৪৯২০
বৃকোদৰ কৰ্ণৰ কাটিলা ধনুখান।
হৃদয়ত চাৰি ভল্ল কৰিলা সন্ধান ॥
আন বাণ ধৰি কৰ্ণে কৰিলন্ত শৰ।
ভীমসেনে কৰ্ণক বৰিষে ঘোৰ শৰ ॥ ২৪৯২১
দুই দণ্ড মানে ভৈল দাৰুণ সমৰ।
দেৱাসুৰ যুদ্ধে যাৰ নাহি পটন্তৰ ॥
দুয়ো বীৰে শৰ কৰে দুয়ো বীৰে কাটে।
দুয়ো দুই শৰ কৰে ফালে উকচোটে ॥ ২৪৯২২
কোনে হানে কোনে কাটে নেদেখয় তাক।
দশোদিশ দেখে শৰ চলে জাকে জাক ॥

শৰ ঘৰিষণে অগ্নি উঠে জাকে জাকে।
তোমাসাৰ সেনা মৰে ছুইৰ অস্ত্ৰ জাকে ॥ ২৪৯২৩
ভীমক সামৰ বুলি ৰাধাৰ কুমাৰ।
তীখাল চোখাল শৰ কৰিলা প্ৰহাৰ ॥
ভীমে তাৰ শায়কে কাটিলা নিৰন্তৰে।
শৰছমে মহাক্ৰোধ কৰি মহাবীৰে ॥ ২৪৯২৪
ভীমসেনো হানিলেক চৌষষ্টি শায়কে।
ৰথৰ বেগতে শৰে নপাইলে কৰ্ণকে ॥
সেহি ছিদ্ৰে খুৰ শৰ কৰিলা প্ৰহাৰ।
ধনু গুণ কাটিলন্ত ভীমৰ হাতৰ ॥ ২৪৯২৫
দৃঢ় গুণ পাচে ভীম ধনুত জুৰিল।
আউৰ খুৰ শৰ হানি ধনুক কাটিল ॥
চাৰি খুৰে ঘোঁৰাৰ কাটিলা বাঘজৰী।
আউৰ চাৰি খুৰ মাৰি ঘোঁৰাক সংহৰি ॥ ২৪৯২৬
যত আছিলেক ৰজ্জু ঘোঁৰা বান্ধিবাৰ।
ক্ষুৰিশৰে কাটিলেক ঘোঁৰাৰ গাৱৰ ॥
তিনি শৰ তাড়িলেক বিশোকৰ গাৱে।
বিশোকেয়ো লৰড় দিলেক ভূমিপাৱে ॥ ২৪৯২৭
যুধামন্যু বীৰে যুদ্ধ কৰে সমৰত।
বিশোকে চৰিল গৈয়া তাহাৰ ৰথত ॥
কৰ্ণৰ বিক্ৰম দেখন্তেয়ো লাগে ডৰ।
ধ্বজগোট কাটিলেক ভীমৰ ৰথৰ ॥ ২৪৯২৮
ভামৰ শৰীৰগোট ক্ৰোধে কম্পমান।
ৰথ শকতিক ধৰি কৰিলা সন্ধান ॥
কৰ্ণৰ ৰথক লাগি শকতি চলিল।
আকাশৰ মাজে যেন তাৰা সঞ্চৰিল ॥ ২৪৯২৯
আকাশে প্ৰকাশ কৰে প্ৰচণ্ড শকতি।
দশ শৰে কাটিলেক কৰ্ণ মহাৰথী ॥
শকতি বিফল ভৈল দেখি মহাবীৰ।
বাম হাতে তুলি লৈলা গদা ভয়ঙ্কৰ ॥ ২৪৯৩০
সুবৰ্ণৰ চন্দ্ৰ প্ৰকাশয় পান্তি পান্তি।
ৰজনী কালত যেন আকাশে জলন্তি ॥
দক্ষিণ হাতত খাণ্ডা লৈল মহাশয়।
বুলিলন্ত আতে মৃত কিবা পৰাজয় ॥ ২৪৯৩১

নিৰন্তৰে শৰ কৰে কৰ্ণ মহাৰথ ।
সবে শৰ উকবাইলা বায়ুৰ বেগত ॥
আৰ নকাটিল কৰ্ণে বহু শৰধাৰে ।
পাচে খাণ্ডা ভুৰাইলন্ত মধ্যম পাণ্ডৱে ॥ ২৪৯৩২
হানিলন্ত খাণ্ডাখান পৰিল ধনুত ।
ধনু কাটি প্ৰৱেশিলা কৰ্ণৰ ৰণত ॥
আন ধনু কৰি কৰ্ণে সমৰে নিপুণ ।
অলক্ষিতে লগাইলন্ত দৃঢ় ধনু গুণ ॥ ২৪৯৩৩
প্ৰথম যুদ্ধত যত ক্ৰোধক কৰিল ।
তাৰে প্ৰতিকাৰ কৰি ভীমক বধিল ॥
ক্ৰোধে কম্পমান ভীমসেন মহাভাগী ।
তিনি লাম্ফ দিল বীৰে আকাশক লাগি ॥২৪৯৩৪
বাহুত মাৰিল দাম্ফি দিলন্ত আটাস ।
কৰ্ণৰ মনত বৰ মিলিল তৰাস ॥
আটোপ টঙ্কাৰে জাম্প দিলা মহাবলী ।
কৰ্ণৰ ৰথক লাগি শীঘ্ৰে গৈলা চলি ॥ ২৪৯৩৫
সাগৰ তৰিয়া যেন যান্ত হনুমন্ত ।
সৰ্পক দেখিয়া যেন গৰুড় উৰন্ত ॥
তোমাৰ তনয়গণ পলাইলা বিদুৰ ।
বোলে জানো খেদি আসি কৰে মসিমুৰ ॥২৪৯৩৬
সেনাগণো দশোদিশে পলাই গৈলা ভাগি ।
বোলে ভীমে জাম্প দিলা আসি মোক লাগি ॥
দেৱাসুৰ গন্ধৰ্ব্ব বিস্ময়ে আছা চাই ।
আকাশে উৰিয়া ভীমসেনে আসে ধাই ॥২৪৯৩৭
ৰাধাসুতে দেখে বৰ মিলিল অকাজ ।
ভীমসেন পৰে দেখো মোৰ ৰথমাজ ॥
ধসমসি লাগি কৰ্ণ ৰথত পৰিল ।
চৰণে ঝাম্ভিল ৰথখান নিৰৰ্ত্তিল ॥ ২৪৯৩৮
বিহ্বল স্বভাৱে ৰথৰ পাচভাগে ।
পৰি আছে কৰ্ণ হাতে নপাৱন্ত লাগে ॥
ধ্বজত ধৰিয়া ভীম পৰিল ভূমিত ।
কৰ্ণ বীৰ ধনু ধৰি উঠিলা ত্বৰিত ॥ ২৪৯৩৯
ৰথমাজে কৰ্ণ ভূমিপাৰে বৃকোদৰ ।
মেঘে যেন পৰ্ব্বতৰ শৃঙ্গমন্তে লাগে ভৰ ॥

লৰৰি লৰৰি অস্ত্ৰ শস্ত্ৰ কোঙ্কাই আনে ।
আথবেথ কৰিয়া কৰ্ণক লাগি হানে ॥ ২৪৯৪০
সবে অস্ত্ৰ কাটিয়া দেখাইল মুনিযালি ।
ভীমৰ গাৱত দৃঢ় শৰে থৈলা শালি ॥
হস্তীযুথ মাৰি ধনঞ্জয় গৈলা এৰি ।
ভিণ্ডা ভিণ্ড হুয়া ধৰণীত আছে পৰি ॥ ২৪৯৪১
তাতেসে নচলে ৰথ হেন মনে জানি ।
তাতে পলাই থাকিলন্ত পলাই মহামানী ॥
পলাই আছে বীৰ মৰা হস্তীৰ মাজত ।
শীঘ্ৰ বেগে ৰাধাসুতে ঠেকাইলেক ৰথ ॥ ২৪৯৪২
শৰে কাটি এৰাইল মৰাৰ কলেৱৰ ।
সেহি পথে খেদি গৈলা কৰ্ণ ধনুৰ্দ্ধৰ ॥
ভীমসেনো দেখে কৰ্ণে আসি পাইল লাগ ।
অনাযুদ্ধে সমুখ ভৈলেক মহাভাগ ॥ ২৪৯৪৩
মৰা হস্তীগোট ধৰি তাক খেদি যান্ত ।
যেন মহৌষধি লৈয়া যান্ত হনুমন্ত ॥
সেহি হস্তীগোট ভীমে পঠাইল খেপিয়া ।
কৰ্ণে কাটিলন্ত তাক শৰ প্ৰহাৰিয়া ॥ ২৪৯৪৪
হস্তী হয় ৰথ নৰ গদা মুদ্গৰ ।
জাকে জাকে হাত মেলি পাৰে বৃকোদৰ ॥
কৰ্ণৰ ৰথক লাগি কৰিলা প্ৰহাৰ ।
তাকো কৰ্ণ শৰ হানি কৰয় দোহাৰ ॥ ২৪৯৪৫
হানন্তে কাটন্তে ৰণস্থল শূন্য ভৈল ।
বজ্ৰসম মুঠি ধৰি ভীম খেদি গৈল ॥
বোলে মুঠি হানি মাৰি এৰোঁ দুৰাচাৰ ।
তোৰ গহ ভাঙ্গি এৰোঁ পাপিষ্ঠ ৰাজাৰ ॥ ২৪৯৪৬
এতেকতে মাকতিৰ পৰিল মনত ।
অৰ্জ্জুনেসে মাৰিবন্ত মোৰ সমৰত ॥
সেহি বেলা কুন্তীৰ বচন সুমৰিয়া ।
ঘুৰিবাৰ শৰ ৰাধাসুতে নমাৰিয়া ॥ ২৪৯৪৭
পাঞ্চ পুত্ৰ ভিক্ষা মোত মাগিল জননী ।
দিলোঁ হেন সত্য কৰি বুলিলোঁ হো বাণী ॥
ভীমক মাৰিলে হৈবে মোৰ সত্যভঙ্গ ।
কদৰ্থিবো ভীমক কৰিবো কিছু ৰঙ্গ ॥ ২৪৯৪৮

আগ পাচ কথা কৰ্ণে শুনিলা মনত ।
মহাবেগে আগবাঢ়ি গৈলা ৰাধাসুত ॥
শৰচোটে বিহ্বল ভৈলেক ভীমসেন ।
মূৰ্চ্ছামগ্ন ঘনে ঘনে নপাৰে চেতন ॥ ২৪৯৪৯
তাতেসে নমাৰিল ভীমক ৰাধাসুত ।
ধনুৰ ঘোটক মাৰি নিন্দিলা বহুত ॥
শুন অৰে পেটুৰা থুবুৰা মূঢ়জন ।
মই হেন বীৰক আউৰ নকৰিবি ৰণ ॥ ২৪৯৫০
অস্ত্র শস্ত্র নজানস সংগ্ৰাম ভিতৰ ।
ৰন্ধনশালক লাগি চলী বৃকোদৰ ॥
ভাল অন্ন ব্যঞ্জন মোদক পৰমান ।
সূপকাৰে ৰান্ধি দেউক কৰিয়ো ভোজন ॥ ২৪৯৫১
নুহি জটা শিৰে ধৰি চলি যায়ো বন ।
মুনি হুয়া ফল মূল কৰিয়ো ভোঁজন ॥
বনবাসে তুমি আহাৰিত ফল মূল ।
অতিথি পূজাত তুমি বৰসে বিপুল ॥ ২৪৯৫২
বিস্তৰ লঘন সহে তোমাৰ শৰীৰ ।
আমি সঙ্গে সংগ্ৰাম কৰিবা কেনে বীৰ ॥
হাতত লাখুটি ধৰি আথানক যায়ো ।
সেৱকিনী সেৱক পাঞ্চিয়ো পঠায়ো ॥ ২৪৯৫৩
তাসম্বাৰ মাজত তোমাৰ ৰঞ্জে গৰ্ব্ব ।
তেসম্বেসে তোমাৰ বচন সহে থৰ্ব্ব ॥
হাসি হাসি নিন্দা কৰ্ণে কৰিলা বহুত ।
পাচে অল্প কৰি মাতিলন্ত কুন্তীসুত ॥ ২৪৯৫৪
বচনেক বোলোঁ শুনা ৰাধাৰ তনয় ।
ক্ষত্ৰিয়ৰ আছে ৰণে জয় পৰাজয় ॥
তোমাৰ সমান বীৰ নাহি ৰবিতলে ।
একবাৰ ভঙ্গ ভৈল নপাৰিলোঁ বলে ॥ ২৪৯৫৫
তোমাৰ আমাৰ পুনু আছে পৰলোক ।
নমাৰিবা যেৱে মোক এৰিয়া দিয়োক ॥
মাৰুতিৰ বচনে কৰ্ণৰ ক্ষমা নাই ।
বহু বিকৰ্থনা কৰে মুখ চাই চাই ॥ ২৪৯৫৬
ধনুৰ ঘোটক মাৰি প্ৰকটিল দান্ত ।
ঈষত কটাক্ষ কৰি দিলেক সিদ্ধান্ত ॥

আমি হেন বীৰে কেনে মাৰিবো ছুৱালি ।
এৰি দিলোঁ সত্বৰে গৃহক যায়ো চলি ॥ ২৪৯৫৭
মুহিবা যায়োক যথা কৃষ্ণ ধনঞ্জয় ।
তেসম্বেসে ৰাখিবেক তোমাক নিশ্চয় ॥
মই হেন বীৰক তুমি নকৰিবা ৰণ ।
মাৰিয়া পেষিবো পুনু যমৰ কৰণ ॥ ২৪৯৫৮
সকলে কৌৰৱ দলে কৰে জয় জয় ।
মহাবেগে চাই আছে কৃষ্ণ ধনঞ্জয় ॥
গোবিন্দে বোলয় শুনা ধনঞ্জয় সখি ।
ভীমৰ বিপত্তি কেনমতে আছা দেখি ॥ ২৪৯৫৯
আথেবেথে প্ৰহাৰিয়ো দাৰুণ শায়ক ।
কৰ্ণক পীড়িয়া তুমি ৰাখিয়ো ভীমক ॥
গোবিন্দৰ বচন শুনিয়া সব্যসাচী ।
গাণ্ডীৱ ধনুক টানি শৰ মাৰি বাছি ॥ ২৪৯৬০
একেলগে চলি যাই শায়কসকল ।
কৰ্ণৰ শৰীৰে পৰি গোটে যাই তল ॥
যেনে ৰাজহংসজাক পৰে সৰোবৰে ।
সেহি ভাৱে পৰে শৰ কৰ্ণৰ শৰীৰে ॥ ২৪৯৬১
ভীমে খাণ্ডাখান আনিলন্ত একেডেৰে ।
কৰ্ণৰ হাতৰ ধনু কাটি সেহি চেৰে ॥
মন-পৱনৰ বেগে লৰৰ দিলন্ত ।
সাত্যকিৰ ৰথে উঠি কিছু তস্তিলন্ত ॥ ২৪৯৬২
ধনুখান হাতৰ পেলাইলা মহাবীৰ ।
আন ধনু ধৰি সমৰত ভৈলা থিৰ ॥
একপাত নাৰাচ হানিলা বৰ টানে ।
নমৰিল দেখি ক্ৰোধ কৰিল অৰ্জ্জুনে ॥ ২৪৯৬৩
একপাত শৰক জুৰিল ধনু গুণে ।
দুই বাহু বলে টানিলন্ত কৰ্ণমানে ॥
খেপিয়া পঠাইল বলে কুটিল শায়ক ।
যেন মহাক্ৰোধে মৃত পাঞ্চিল যমক ॥ ২৪৯৬৪
সৰ্পক দেখিয়া যেন গৰুড় চলিল ।
অৰ্জ্জুনৰ শৰ দেখি জীৱন উৰিল ॥
অশ্বত্থামা দেখে কৰ্ণ চলে যমথানে ।
নাৰাচক কাটিলেক ৰোষ জিনি বাণে ॥ ২৪৯৬৫

শৰ ভঙ্গে অৰ্জ্জুনৰ মনত আনুখে।
দ্ৰৌণীক ফুটিল চৌষষ্ঠি শিলিমুখে ॥
ৰথত পৰিয়া দ্ৰোণী কেহ্মান্তে থাকিলা।
থাক থাক বুলিয়া অৰ্জ্জুনে খেদি গৈলা ॥ ২৪৯৬৬
অৰ্জ্জুনক দেখি পলাই গৈল অশ্বত্থামা।
তথাপিতো ধনঞ্জয়ে নকৰিলা ক্ষমা ॥
হস্তীযুথ মাজে দ্ৰৌণী থাকিলা লুকায়।
খেদি গৈল জিষ্ণু হস্তীযুথ বিহবায় ॥ ২৪৯৬৭
খুজি লুৰি অৰ্জ্জুনে নপাই গুৰুসুত।
দ্ৰৌণীক নপায়া হস্তী মাৰিলা বহুত ॥
সৈন্ধৱৰ সমুখত প্ৰৱেশ তেখনে।
কৰ্ণৰ ভীমৰ যুদ্ধ ভৈলা এহিমানে ॥২৪৯৬৮
যেতিক্ষণে ভীমৰ ভৈলেক ৰথ ভঙ্গ।
দেখি যুযুধানৰ মানত বৰ ৰঙ্গ ॥
ৰথখান পালটায়া শীঘ্ৰে খেদি যান্ত।
বোলে ৰাধাসুত আজি তোৰ কৰোঁ অন্ত ॥ '৬৯
বায়ুৰ সমানে চলে সাত্যকিৰ ৰথ।
অলম্বুষে বেঢ়িলেক সাত্যকিৰ পথ ॥
তাহাৰ পাচত দুঃশাসন ভৈলা সাজু।
তাহাৰ পাচত তৃগৰ্ত্তৰ লৈলা বাজু ॥ ২৪৯৭০
তাহাৰ পাচত বায়ু লৈলেক কলিঙ্গ।
সবে সেনা সাত্যকিক বেঢ়ি দিল ৰিঙ্গ ॥
সাত্যকি দেখিলা খেদি আসে অলম্বুষ।
গজস্কন্ধে চৰি হাতে লৈ আছে অঙ্কুশ ॥ ২৪৯৭১
ক্ৰোধে একশৰ মাৰিলন্ত মহাবল।
কুম্ভস্থলে পৰি শৰ গোটে গৈল তল ॥
হস্তীগোট ঢলি পৰে দেখি মহাৰাজ।
ডেৰদিয়া পৰিলন্ত আপোনাৰ মাজ ॥ ২৪৯৭২
ৰথত পৰিয়া ধনু ধৰিলা তেখনে।
সাত্যকিক লাগি প্ৰহাৰিলা দশবাণে ॥
সাত্যকি কাটিল দশ শৰ আকাশতে।
দুনাই অলম্বুষে শৰ বুৰিলা গুণতে ॥ ২৪৯৭৩
আকৰ্ণ পুৰিয়া প্ৰহাৰিলা তিনি শৰ।
সাত্যকি বীৰৰ ভেদিলেক কলেৱৰ ॥
আৰো চাৰি গোটা শৰ কৰিলা প্ৰহাৰ।
কপালত ভেদিলেক চাৰিও ঘোঁৰাৰ ॥ ২৪৯৭৪
শৰচোটে যুযুধান কোপে কম্পমান।
গাৱে বল আছে মানে টানি ধনুখান ॥
চাৰি শৰ মাৰি চাৰি ঘোঁৰাক মাৰিলা।
এক শৰ মাৰি ৰথ সাৰথি ঢালিলা ॥ ২৪৯৭৫
এক শৰ বাছি লৈল যেন বহ্নিকুণ্ড।
সেহি শৰে কাটিলন্ত নৃপতিৰ মুণ্ড ॥
নৃপতি পৰিল দেখি ধাইল দুঃশাসনে।
সাত্যকিক ভেদিলন্ত চতুৰ্দ্দশ বাণে ॥ ২৪৯৭৬
দুঃশাসন বীৰৰো কাটিলা ধনুখান।
হিয়াত কৰিলা ত্ৰিশ শৰৰ সন্ধান ॥
তোমাৰ তনয়ে বৰ শৰচোট পায়া।
ভূমিপাৰে দুঃশাসন পলাই লৰৰিয়া ॥ ২৪৯৭৭
ত্ৰিগৰ্ত্তে দেখিলা দুঃশাসন পৰাজয়।
সাত্যকিক দেখি ঘোৰ শৰ বৰিষয় ॥
ত্ৰিগৰ্ত্তৰ বীৰগণ সবে বলিয়াৰ।
গদা মুদগৰ শূল কৰিলা প্ৰহাৰ ॥ ২৪৯৭৮
তাসম্বাৰ শৰসঙ্গ বেগতে এৰাইল।
পঞ্চাশ ৰথাক বীৰে যমক ডকাইল ॥
কলিঙ্গক জিনিয়া সাত্যকি বীৰবৰ।
ঠেকাইলন্ত ৰথখান ভীমৰ ওচৰ ॥ ২৪৯৭৯
ভীমসেন চৰিলন্ত সেহিসে ৰথত।
যেন সিংহ চৰিল পৰ্ব্বত উপৰত ॥
সেহি ৰথে চৰি দুয়ো বীৰ গৈলা চলি।
যথা যুদ্ধ কৰে ধনঞ্জয় মহাবলী ॥ ২৪৯৮০
ভীমৰ সাৰথি বৰ যুদ্ধত সুজান।
তেতিক্ষণে সিঠাৰত সাজি ৰথখান ॥
সেহি ৰথে চলিলন্ত পাণ্ডুৰ নন্দন।
কৌৰৱ দলক দুনাই কৰিল কদন ॥ ২৪৯৮১
অনন্তৰে অৰ্জ্জুনত গোবিন্দ বদন্তি।
দেখিয়োক সখি কেন সাত্যকিৰ গতি ॥
কুৰু মহাৰ্ণৱক গোপদ যেন তৰি।
তোমাৰ পাশক লাগি আছে লীলা কৰি ॥ ২৪৯৮২

তযু পুত্ৰ শিশু সম সমান বিক্ৰম।
জলসন্ধ অলম্বুষ দুইৰো ভৈলা যম ॥
দ্ৰোণ প্ৰতি ৰথে যত মহাৰথীগণ।
তাসম্বাৰ লগে কৰিলেক ঘোৰ ৰণ ॥ ২৪৯৮৩
বৰ বৰ বীৰগণ সমৰত ভেদি।
লগে লগে প্ৰৱৰ্ত্তাৱে শোণিতৰ নদী ॥
হেন কৰ্ম্ম কৰিবেক পাৰে আউৰ কোনে।
দেখিয়োক কুৰুগণ তুলা যেন ধুনে ॥ ২৪৯৮৪
দুৰ্য্যোধন নৃপতিৰ ভ্ৰাতৃ সমন্বিতে।
ৰণ্ড ভণ্ড কৰিলেক দেখিয়ো তহিতে ॥
ৰাজাৰ আদেশে তযু দেখিবাৰ হেতু।
কৌৰৱ দলৰ মধ্যে ভৈল ধূমকেতু ॥ ২৪৯৮৫
অৰ্জ্জুনে বোলন্ত সখি মিলিল অকাজ।
এবে জানো ভালে নাহিকন্ত ধৰ্ম্মৰাজ ॥
সাত্যকিত সমৰ্পি আসিলোঁ পৰিহৰি।
সাত্যকি আসিল গুৰু দ্ৰোণে নিবে ধৰি ॥২৪৯৮৬
আৰো এক প্ৰমাদ মিলিব সাত্যকিৰ।
হেৰা দেখা খেদি আসে ভূৰিশ্ৰৱা বীৰ ॥
বৰ বৰ বীৰগণ তাৰ লগে আছে।
অস্ত্ৰ শস্ত্ৰ ৰথক যোগাৰে আগে পাচে ॥ ২৪৯৮৭
ভাগৰিল সাত্যকি হেসনি কাঢ়ে ঘোঁৰা।
সাত শৰে ফুটি আছে তাৰ নাহি ওৰা ॥
একখানি ৰথ অস্ত্ৰ শস্ত্ৰ আছে তাত।
কিনো সাত্যকিৰ আজি ভৈল উৎপাত ॥ ২৪৯৮৮
কুৰু মহাৰ্ণৱ বীৰে আসিলন্ত তৰি।
জানো মৰে ভূৰিশ্ৰৱা গোপদত পৰি ॥
যুধিষ্ঠিৰ ৰাজা আজি কিনো ভৈলা বাউল।
সাত্যকিক পঠাই লগাইল তেনি আউল ॥ ২৪৯৮৯
সাত্যকি বিহীনে মই ৰাজা নপাসৰো।
সাত্যকিক ৰাখোঁ কিবা সৈন্ধৱক মাৰোঁ ॥
অস্তগিৰি সমীপ পাইলন্ত দিবাকৰ।
সমাপতি কৰিবাক লাগে সঙ্কল্পৰ ॥ ২৪৯৯০
সৈন্ধৱক মাৰিলেসে ৰাখো আপুনাক।
জানো গুৰু দ্ৰোণে ধৰি নিয়ন্ত ৰাজাক ॥
বিমৰিষ কৰি জিষ্ণু হৰিৰ আগত।
এতেকতে ভূৰিশ্ৰৱা ৰণে উপগত ॥ ২৪৯৯১

---

### সাত্যকি-ভূৰিশ্ৰৱাৰ যুদ্ধ

#### দুলড়ী

ভূৰিশ্ৰৱা মহাবায় সমৰত ভৈলা থিৰ
সাত্যকিক বুলিলা বচন।
কত গহ কৰি তই এতমান গৰ্ব্ব কৰি
ব্যূহ মাজে কৰিলা গমন ॥
আজি মোৰ মহাভাগ তোমাক পাইলোঁহো লাগ
মাৰিয়া পেঁথিবো যমালয়।
তোমাৰ মিলিবে অন্ত ধৰ্ম্মৰাজ শুনিবন্ত
দেখিবন্ত কৃষ্ণ ধনঞ্জয় ॥ ২৪৯৯২
বিস্তৰ কালৰ মোৰ মনোৰথ সিদ্ধি ভৈল
মাৰিবোহো সমৰৰ মাজ।
তোমাৰ অৱস্থা দেখি ৰাজ্যত নৈৰাশ হুইব
সংগ্ৰাম ত্যজিব ধৰ্ম্মৰাজ ॥
দুৰ্য্যোধন নৰপতি সসাগৰা পৃথিৱীৰ
আজি লভিবেক অব্যাহতে।
মোৰ নিজ পৰাক্ৰম অস্ত্ৰৰ শস্ত্ৰৰ ভ্ৰম
সবে আজি দেখাইবো তোমাতে ॥ ২৪৯৯৩
একেসে কাৰ্য্যক লাগি তোমাক কাতৰ কৰোঁ
নপলাইলা সংগ্ৰামক এৰি।
তেবে তুমি মোৰ হাতে প্ৰাণ এৰি সংগ্ৰামতে
স্বৰ্গে যাইবা পুষ্পৰথে চৰি ॥
যাক তুমি মাৰিলাহা তাহাৰ বান্ধৱগণে
তেৱেসে কৰিবে জয় জয়।
সংসাৰখানক তুমি চক্ষুমেলি চাহি এৰা
তোৰ আজি হৈবেক প্ৰলয় ॥ ২৪৯৯৪
সাত্যকিয়ো কৌৰৱক প্ৰত্যুত্তৰ বুলিলন্ত
শুন অৰে কৌৰৱ দায়াদ।
মাৰিবাক লাগি যিবা অৰ্জ্জুনলৈ নাহি আছে
তাৰ বোলে কাহাকো বিচাৰ ॥

তাক হেৰা যমদূতে টানিয়া আনিয়া আছে
এখনে মাৰিবো সংগ্ৰামত।
ভূৰিশ্ৰৱা নাম হেন পৃথিবীত লুকাইল
মোৰ হাতে কৰাইবো নিপাত ॥ ২৪৯৯৫
যেহি বীৰে নিৰাযুদ্ধ কৰাইবাক পাৰে ৰণে
সি বীৰে মাৰিবে পাৰে মোক।
যেবে গাৱে আছে বল নপলাইব্হি এৰি মোক
সমৰত তেহে কহিয়োক ॥
নিষ্ফল গৰ্জ্জন যেন শৰতকালৰ মেঘ
তাকে শুনি উঠে মোৰ হাসি।
এহি বুলি ধনু টানি ভূৰিশ্ৰৱা শৰীৰত
দ্বাদশ শায়ক থৈলা থাসি ॥ ২৪৯৯৬
দ্বাদশ শায়ক ঘোৰ ভৈলা যেবে ভূৰিশ্ৰৱা
সাত্যকিক কৰিলা সন্ধানে।
দ্বাদশ দ্বাদশ শৰে দুই বাহু তাৰিলেক
হৃদয়ত চতুৰ্দ্দশ বাণে ॥
আৰো একজাক শৰ ভূৰিশ্ৰৱা হানিলেক
কাটিলন্ত বৃষ্ণি সিংহবলী।
সাত্যকিয়ো কৌৰৱক দশ শৰে ভেদিলন্ত
বাহুৰ মূলত হলহলি ॥ ২৪৯৯৭
একেলগে দুয়ো বীৰে দুইখান ধনু কাটি
ৰথ শকতিক হানে ঘনে।
দুইৰো শৰীৰত পৰি ফুলি ফুলি বাহিৰাইলা
দুয়ো ধনু লৈলা কতোক্ষণে ॥
দশন কামুৰি দুয়ো নিৰন্তৰে শৰ কৰে
দুয়ো বীৰে কাটন্ত পথতে।
দুইহানো দুৰ্ব্বাৰ শৰে চোট পায়া দুয়ো বীৰে
মূৰ্চ্ছা যায়া থাকন্ত ৰথতে ॥ ২৪৯৯৮
দুৰ্য্যোধন প্ৰতিমুখে যতেক কৌৰৱগণে
যুদ্ধ চাহি আছে ৰঙ্গমনে।
আকাশত দেৱগণে আনন্দে দুন্দুভি বায়া
পুষ্পবৃষ্টি কৰে ঘনে ঘনে ॥
দুই গোটা কালেৰ শৰে ফুটি ফুটি গৈল
কেশাতো কিয়ে নাহি লক্ষি।
দুইহানো শৰীৰ ঢাকি শোণিত বহিয়া যায়
শৰৰ পঞ্জৰে ভৈলা বন্দী ॥ ২৪৯৯৯

---

সাত্যকিৰ পৰাজয় দেখি অৰ্জ্জুনৰ দ্বাৰা ভূৰিশ্ৰৱা বধ

পদ

দুইৰ দুই শৰ কাটি কাটিলন্ত ধনু।
ৰথ মাৰি শক্তি হানি ভেদিলন্ত তনু ॥
পাচে গদা ধৰি সমৰক সাজ ভৈল।
দুয়ো গোটা গদা সমৰত ভাগি গৈল ॥ ২৫০০০
চৰৰ চাপৰ কিল মুঠি গুৰি লাঠি।
মুণ্ডে মুণ্ডে ঠেকামাৰে মাৰে ঘৰাকাটি ॥
দুয়ো দুই প্ৰহাৰ কৰয় ঠাট ঠাট।
যেন বজ্ৰঘোষ বৃষ্টি পৰয় শিলাত ॥ ২৫০০১
মালবান্ধ ধৰি পাচে ভূমিত পৰিল।
শৰীৰৰ বলে দুই দুইকো আজুৰিল ॥
কতো ভূৰিশ্ৰৱা তল কতো যুযুধান।
বন্ধে বিবন্ধে দুয়ো কৰিলা সন্ধান ॥ ২৫০০২
অনন্তৰে ভূৰিশ্ৰৱা কিছু ছল পাইল।
দোঙ্গা দিয়া সাত্যকিক তুলি আলগাইল ॥
গাৱে বল আছে মানে তুলি আফালিল।
যেন মত্তহস্তী কতো হস্তীক তাড়িল ॥ ২৫০০৩
সকলে সেনাত উথলিলা হাহাকাৰ।
অৰ্জ্জুনত শীঘ্ৰে বুলিলন্ত দামোদৰ ॥
বাহুযুদ্ধে সাত্যকি প্ৰথমে ভাগৰিল।
ঘোৰ যুদ্ধ কৰি কৌৰৱৰ বশ ভৈল ॥ ২৫০০৪
তযু শিষ্য মৰে হেৰা তোমাৰ কাৰণে।
প্ৰযত্ন কৰিয়ো সখি ৰাখিবাক মনে ॥
অৰ্জ্জুনেয়ো বোলন্ত আনন্দ ভৈলোঁ সখি।
ভূৰিশ্ৰৱা বীৰৰ বিক্ৰম বৰ দেখি ॥ ২৫০০৫
সোমদত্ত পুত্ৰে মোৰ পিতৃৰ কনিষ্ঠ।
শিশুকালহন্তে তেহে মোৰ বৰ ইষ্ট ॥
বৃষ্ণিবংশ বুলি সমৰত কৰে লীলা।
ইহাক দেখিয়া মোৰ কৌতুক মিলিলা ॥ ২৫০০৬

অনন্তৰে ভূৰিশ্ৰৱা ধৰিলা কেশত ।
চৰণে তাড়িল সাত্যকিৰ হৃদয়ত ॥
দক্ষিণ হাতত খাণ্ডাখান লৈলা তুলি ।
আলগাইলা খাণ্ডাখান কাটিবাক বুলি ॥ ২৫০০৭
যেন শীঘ্ৰবেগে চলে কুমাৰৰ চাক ।
তাতে দণ্ড ধৰিয়া কুমাৰে দেখাই পাক ॥
তাতো শীঘ্ৰে সাত্যকিয়ো ফুৰাইলন্ত শিৰ ।
কাটিবে নোৱাৰে খাণ্ডা টোৱাই আছে বীৰ ॥ '০৮
আথবেথ কৰি দুনাই মাতিলন্ত হৰি ।
যুযুধান চলে হেৰা যমৰ নগৰী ॥
তাঙ্ক ৰাখিবাক লাগি কৰিয়ো যতন ।
তুমি নৰাখিলে সিটো চলে যমথান ॥ ২৫০০৯
হৰিৰ বচন শুনিলন্ত ধনঞ্জয় ।
ধৰ্ম্ম সঙ্কটৰ কথা মনে আলোচয় ॥
একে জ্ঞাতি আৰো খুড়া প্ৰাণৰ সমান ।
বিমুখ কৰিবো কেনে শৰৰ সন্ধান ॥ ২৫০১০
কেনমতে এৰিবোহো আপোনাৰ ধৰ্ম্ম ।
কেনমতে কৰিবোহো ব্যাধৰাজ কৰ্ম্ম ॥
গোবিন্দৰ বচন নোৱাৰি বাধিবাক ।
প্ৰাণসম সাত্যকিক লাগে ৰাখিবাক ॥ ২৫০১১
এহি বুলি ধনুত জুৰিল খৰবাণ ।
গোবিন্দৰ মুখ চাই দিলা সন্নিধান ॥
হেৰা মন্দকৰ্ম্ম কৰো সাত্যকি নিমিত্তে ।
থাকিল কলঙ্ক মোৰ তিনিয়ো জগতে ॥ ২৫০১২
চক্ষু থিৰ কৰিয়া আছন্ত সৈন্ধৱতে ।
ঘোৰ পাপ আচৰিবো পাণ্ডৱিয়া হাতে ॥
কৰ্ণমানে গাণ্ডীৱ ধনুক টানিলন্ত ।
অগনিৰ সম খৰবাণ খেপিলন্ত ॥ ২৫০১৩
ভূৰিশ্ৰৱা বীৰৰ বাহুক লাগ পাইল ।
খড়্গ সমন্বিতে সেহি খৰে বেলগাইল ॥
খড়্গ সমে বাহুখান পৃথ্বীত পৰিল ।
ভূৰিশ্ৰৱা বীৰৰ পঞ্চপ্ৰাণযে লৰিল ॥ ২৫০১৪
ধুৰিল ধুৰিল বোলে সবে কুৰুগণ ।
অৰ্জ্জুনক বুলিলেক গৰিহা বচন ॥
কিনো ধনঞ্জয় ঘোৰ পাপ আচৰিলা ।
বিমুখত থাকি কেনে শৰ প্ৰহাৰিলা ॥ ২৫০১৫
ভূৰিশ্ৰৱা বোলে হেন কৰিলেক কোনে ।
উলটি দেখিলা বাহু কাটিলা অৰ্জ্জুনে ॥
সাত্যকিৰ কেশৰ এৰিলা মহাযুদ্ধ ।
অৰ্জ্জুনক নিন্দা কৰিলন্ত মহাক্ৰুদ্ধ ॥ ২৫০১৬
শুনা ধনঞ্জয় তুমি কৌৰৱ দায়াদ ।
তোমাৰ কিসক আজি দাৰুণ প্ৰমাদ ॥
বিমুখত কেনে মোৰ বাহু কাটিলাহা ।
কৌৰৱ দলৰ কিলিঙ্কাৰ আনিলাহা ॥ ২৫০১৭
ধৰ্ম্মৰাজে পুছিবন্ত যুদ্ধৰ কাহিনী ।
তাহান আগত কহিবাহা শুদ্ধবাণী ॥
বুলিবা খুড়াক মই মাৰিলোঁ বিমুখে ।
হস্তিনাপুৰত আৱে ৰাজা হুয়ো সুখে ॥ ২৫০১৮
কুন্তীৰ গৰ্ভত জাত পাণ্ডুৰ সন্ততি ।
তিনিয়ো লোকত খ্যাত তুমি মহামতি ॥
কুৰুবংশে কোনে হেন কৰ্ম্ম আছে কৰি ।
কিয় তুমি আপুনাৰ ধৰ্ম্ম আছা এৰি ॥ ২৫০১৯
বিমুখৰ অস্ত্ৰ কিবা পায়াছা ইন্দ্ৰত ।
যম বায়ু বৰুণ কুবেৰ শঙ্কৰত ॥
বহ্নিকূপে গুৰু দ্ৰোণে উপদেশ দিলা ।
সেহি শৰে বিমুখত বাহুক ছেদিলা ॥ ২৫০২০
যেবে নিজ জনে কৰে অযুগুত কৰ্ম্ম ।
তেবে লোকে বোলে তাৰ আপুনাৰ ধৰ্ম্ম ॥
যদিবা উত্তমে হীনকৰ্ম্মক আচৰে ।
তেৱেঁতো সকল লোকে তাক নিন্দা কৰে ॥২৫০২১
কৌৰৱ বংশত তুমি ভৈলা কুলাঙ্গাৰ ।
ৰাজা হুয়া কৰিলাহা ব্যাধৰ আচাৰ ॥
উত্তমো অধম হোৱে সঙ্গৰ দোষত ।
তুমিয়ো লুবুধ ভৈলা কৃষ্ণৰ সঙ্গত ॥ ২৫০২২
যদুবংশ পাষণ্ড চঞ্চল দুৰাশয় ।
কুলাচাৰ হীন কংস-ভগিনীতনয় ॥
তাহাৰ বচনে কৰিলাহা হেন কাজ ।
অন্যায় সমৰে মোক মাৰি ভুঞ্জা ৰাজ ॥ ২৫০২৩

এহি বুলি বাম হাতে কোঙাইলন্ত শৰ।
বাম হাতে শয্যাখানি নিৰ্ম্মিলা শৰৰ ॥
শৰশয্যা মাজে বীৰ কৰিলা শয়ন।
সূৰ্য্যমণ্ডলত দিলা দোগোটা লোচন ॥ ২৫০২৪
বেদ উপনিষদক পঢ়ন্ত মনত।
মন আৰোপিল নিয়া পৰম ব্ৰহ্মত ॥
বোলে এহিমতে ব্ৰহ্মলোকে যাওঁ চলি।
প্ৰায় উপবাসে থাকিলন্ত মহাবলী ॥ ২৫০২৫
কৃষ্ণ ধনঞ্জয়ক নিন্দিলা সৰ্ব্বজনে।
ভূৰিশ্ৰৱাক বুলিলেক প্ৰশংসা বচনে ॥
কৃষ্ণ ধনঞ্জয় হেন নিন্দাক শুনিলা।
স্বৰূপ জানিয়া কাকো উত্তৰ নেদিলা ॥ ২৫০২৬
অৰ্জ্জুনৰ নিন্দা দশোদিশে গলাবাৰ।
উত্তৰ দিলন্ত তাক মধ্যম পাণ্ডৱ ॥
সঙ্কল্প কৰিয়া আছোঁ পূৰ্ব্ব যে কালত।
সবে ৰাজা শুনিয়ো মোহোৰ যেন ব্ৰত ॥ ২৫০২৭
মোহোৰ শৰৰ বেগে পাৰে যতমানে।
মোহোৰ পক্ষৰ বীৰ নমাৰিব আনে ॥
যদি মোৰ বচন কৰয় সমৰত।
বিমুখতো তাক মই কৰিবো নিপাত ॥ ২৫০২৮
নিৰাযুদ্ধ সাত্যকিক হাতে খাণ্ডা ধৰি।
ভূৰিশ্ৰৱা কাটিবাক খোজে কেনে কৰি ॥
সেহি খঙ্গে বিমুখতো কাটিলোঁহো হাত।
এহি শুনি ভূৰিশ্ৰৱা চপৰাইলা মাথ ॥ ২৫০২৯
বোল বুলি ভূৰিশ্ৰৱা নিজদোষ জানি।
কটা হাতখান বীৰে আনিলন্ত টানি ॥
হৃদয়ত থাপি নবদ্বাৰে নিৰোধিলা।
কৃষ্ণৰ চৰণে নিয়া চিত্ত আৰোপিলা ॥ ২৫০৩০
ভূৰিশ্ৰৱা প্ৰাণ সঙ্কলন্ত হেন জানি।
পুনৰপি অৰ্জ্জুনেয়ো বুলিলন্ত বাণী ॥
যেন মোৰ প্ৰিয় ধৰ্ম্মৰাজ ভীমসেন।
সহদেৱ নকুল মোহোৰ প্ৰাণ যেন ॥ ২৫০৩১
তাতোধিক খুড়া তুমি মোৰ প্ৰিয়তৰ।
কৃষ্ণৰ আজ্ঞায়ে চলা বৈকুণ্ঠনগৰ ॥
হৰিয়ে বুলিলা ভূৰিশ্ৰৱাক স্নেহন্ত।
চলা ভূৰিশ্ৰৱা হেৰা আইল দিব্যৰথ ॥ ২৫০৩২
গৰুড়ৰ ধ্বজ তাত কৰয় দীপিতি।
তাতে চৰি বৈকুণ্ঠক চলিয়ো সম্প্ৰতি ॥
যাক অভিলাষ কৰে সিদ্ধ মুনিগণে।
চতুৰ্ভুজ হুয়া তুমি থাকা সেহি থানে ॥ ২৫০৩৩
অনন্তৰে সাত্যকি উঠিলা খাণ্ডা ধৰি।
ভূৰিশ্ৰৱা কাটিবাক যাই শীঘ্ৰ কৰি ॥
নুযুৰাই নুযুৰাই বুলিয়া চেঞ্চায়।
ততো খাণ্ডা ধৰি বীৰে কাটিবাক যায় ॥ ২৫০৩৪
কৃষ্ণ ধনঞ্জয় বীৰ দুৰ্য্যোধন নৃপ।
যুধামন্যু উত্তমৌজা অশ্বত্থামা কৃপ ॥
কৰ্ণ জয়দ্ৰথ বৃহৎসেনে হাক দিলা।
তথাপি সাত্যকি ভূৰিশ্ৰৱাক কাটিলা ॥ ২৫০৩৫
সাত্যকি বুলিলা শুনিয়োক ৰাজালোক।
নামাৰা নামাৰা বুলি হাক দিলা মোক ॥
নিৰাযুদ্ধ মই মোক খোজে মাৰিবাক।
ধৰ্ম্মৱন্ত লোকে কেনে নেদিলাহা হাক ॥ ২৫০৩৬
পোন্ধৰ বছৰ সিটো সুভদ্ৰাকুমাৰ।
ছয় মহাৰথী মিলি কৰিলা সমৰ ॥
নিৰাযুদ্ধ কৰি বেঢ়ি মাৰিলাহা তাক।
ধৰ্ম্মৱন্ত লোক সিবেলাত নাছিলেক ॥ ২৫০৩৭
ৰজস্বলা কালে ৰাজমহিষী পাঞ্চালী।
ৰাজসমাজক নিয়া পাতিলা ধেমালি ॥
সকল কৌৰবে ৰঙ্গে আছিলাহা শুনি।
লপলপি এৰি থাকা নিজধৰ্ম্ম গুণি ॥ ২৫০৩৮
আমি কৰি আছোঁহো পূৰ্ব্বত এক ব্ৰত।
যি জনে চৰণে তাৰে মোৰ হৃদয়ত ॥
তাহাকে মাৰিবো যদি হোৱে কিবা মুনি।
লপলপি এৰি থাকা নিজধৰ্ম্ম গুণি ॥ ২৫০৩৯
সাত্যকিক কেহো সমিধান নেদিলন্ত।
মনে মনে আতি ভূৰিশ্ৰৱা পুজিলন্ত ॥
ভূৰিশ্ৰৱা এৰিলে মনুষ্য কলেৱৰ।
পুষ্পৰথে চৰি গৈল বৈকুণ্ঠনগৰ ॥ ২৫০৪০

সাত্যকিৰ ৰথ ভঙ্গ দেখি জনাৰ্দ্দন।
পাঞ্চজন্য শঙ্খ ফুকিলন্ত ঘনে ঘন ॥
হৰিৰ শঙ্খৰ ধ্বনি দাৰুকে শুনিল।
পূৰ্ব্বৰ সঙ্কেত হেন মনত মানিল ॥ ২৫০৪১
জয়দ্ৰথ বধিবাক যেখনে চলিলা।
দাৰুকক সম্বোধিয়া গোবিন্দে বুলিলা ॥
যি কালে সঙ্কেতে কৰোঁ শঙ্খৰ আৰাৱ।
জানিলন্ত আৰে মোক মাতন্ত মাধৱ ॥ ২৫০৪২
আতি শীঘ্রে ৰথ ডাকি আকাশে চলিল।
গোবিন্দৰ আগে থৈয়া তেখনে মিলিল ॥
গৰুড়ক থৈয়া আছে ৰথক নিবন্ধি।
যত্ন কৰি থৈয়া আছে আদেশৰ সন্ধি ॥ ২৫০৪৩
এতেকতে শুনিলন্ত আৰাৱ শঙ্খৰ।
সেহি ৰথে চৰিল সাত্যকি মহাবীৰ ॥
তুনাই ধনু ধৰি সমৰত ভৈলা থিয়।
ভীম যুযুধান দুই দ্রুপদতনয় ॥ ২৫০৪৪
ধৃতৰাষ্ট্ৰে বুলিলন্ত শুনিয়ো সঞ্জয়।
শিনিৰ নন্দন তিনিলোকত নিৰ্ভয় ॥
ভীষ্মকো দ্ৰোণকো বীৰে কটাক্ষ নকৰে।
তাক কোনে জিনিলেক ভূৰিশ্ৰৱা বীৰে ॥ ২৫০৪৫
সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
যি কালত দৈৱকীৰ ভৈলা স্বয়ম্বৰ ॥
বসুদেৱে লভিলা দৈৱকী বৰনাৰী।
লক্ষেক নৃপতি সমে গৈলা পৰিহৰি ॥ ২৫০৪৬
শিনি সোমদত্তৰ ৰঙ্গতে ভৈল যুদ্ধ।
পাচে দুইক কৰিলন্ত দুয়ো নিৰাযুদ্ধ ॥
পাচে মল্লযুদ্ধ কৰি শিনি ভৈলা চাৰ।
হৃদয়ত কৰিলন্ত চৰণে প্ৰহাৰ ॥ ২৫০৪৭
অপমান পায়া পাচে বীৰ সোমদত্ত।
তপ আচৰিলা গৈয়া গঙ্গাৰ দ্বাৰত ॥
কতো দিনে তুষ্ট ভৈলা অনাদি শঙ্কৰ।
বুলিলন্ত সোমদত্ত বাছি লৈয়ো বৰ ॥ ২৫০৪৮
সোমদত্তে বুলিলেক এক তনয়ক।
সমৰত জিনে যেন শিনিৰ বংশক ॥
হৌক বুলি সদাশিৱ হৈলা অন্তৰ্দ্ধান।
ভূৰিশ্ৰৱা তনয়ক পাইলা মহাজ্ঞান ॥ ২৫০৪৯
শিনিৰ তনয় যে সাত্যকি নাম যাৰ।
সাত্যকিৰ পিতাতেহে বলে অনিবাৰ ॥
তেহে সমে ভূৰিশ্ৰৱা কৰিল সমৰ।
সাত্যকিক মাৰি পঠাইলন্ত যমঘৰ ॥ ২৫০৫০
সাত্যকিৰো দশ পুত্ৰ ভীষ্মৰ আগত।
ভূৰিশ্ৰৱা বীৰে কৰি আছয় নিপাত ॥
সাত্যকিক জিনিলেক বৰৰ কাৰণে।
নুহি বৃষ্ণিবংশক জিনন্তা আছে কোনে ॥ ২৫০৫১
দ্বাৰকানগৰে বসে যত যদুবংশ।
স্বৰূপে জানিবা সবে গোবিন্দৰ অংশ ॥
গোবিন্দৰ অংশ পাণ্ডৱৰ পাঞ্চ ভাই।
তাক নজানিয়া দুৰ্য্যোধন তল যাই ॥ ২৫০৫২
অনন্তৰে অৰ্জ্জুন বদতি নাৰায়ণ।
শীঘ্ৰ কৰি সখি মোৰ বাহা ৰথখান ॥
অস্তগিৰি সমীপ পাইলন্ত দিনকৰ।
সমাপতি কৰিবাক লাগে সঙ্কল্পৰ ॥ ২৫০৫৩
দিনভাগে সৈন্ধৱক যমঘৰে নিবো।
অভিমন্যু পুতাইৰ সন্তাপ পাসৰিবো ॥
যুধিষ্ঠিৰ নৃপতিৰ চৰণ বন্দিবো।
কৌৰৱৰ ৰাজাৰ হিয়াত শাল দিবো ॥ ২৫০৫৪
হেন শুনি মাধৱে বাহিলা ৰৰ যান।
শুক্ল চাৰি ঘোঁৰা চলে বায়ুৰ প্ৰমাণ ॥
ৰথৰ বেগত কুৰুসেনা দিলা ফাট।
বৰ বৰ বীৰে আসি ভেটিলেক বাট ॥ ২৫০৫৫
মদ্ৰৰাজ কৃপ শল্য দুৰ্য্যোধন নৃপ।
কৰ্ণসুত বৃহৎসেন অশ্বত্থামা ভূপ ॥
সৈন্ধৱক পাচ কৰি ধাইল ছয় ৰথী।
কৰিল সমৰ যাৰ যতেক শকতি ॥ ২৫০৫৬
অৰ্জ্জুনে দেখন্ত পাচে আছে জয়দ্ৰথ।
সত্য সাফলিলোঁ হেন মানিলা মনত ॥
ঘোৰ ক্ৰোধ চক্ষু কৰি সৈন্ধৱক চান্ত।
বৰ বৰ বীৰ ভঙ্গাই তাক খেদি যান্ত ॥ ২৫০৫৭

### কৰ্ণ-দুৰ্য্যোধনৰ যুদ্ধ আলোচনা

ছবি

হেন দেখি দুৰ্য্যোধন কৰ্ণৰ সমীপে গৈয়া
হাসি হাসি দিলন্ত সিদ্ধান্ত।
বায়ুতো অধিক কৰি কৃষ্ণ ধনঞ্জয় হেৰা
সৈন্ধৱ ৰাজাক খেদি গ্ৰান্ত ॥
সকলেয়ো বীৰ গৈয়া সৈন্ধৱক ৰাখিবাহা
কিঞ্চিতেকো নকৰিবা হেলা।
তোমাৰ গাৱত যত বল বীৰ্য্য পৰাক্ৰম
সবে দেখাইবাৰ এহি বেলা ॥ ২৫০৫৮
দিবস বিস্তৰ গৈল অল্প অল্প আন ভৈল
দুই দণ্ড ৰাখিবা যতনে।
যেবে সূৰ্য্য অস্ত গৈল সৈন্ধৱৰো ৰক্ষা ভৈল
অৰ্জ্জুনেয়ো মৰিব আপুনে ॥
প্ৰতিজ্ঞা বিফল ভৈলে বহ্নিত প্ৰৱেশ হুয়া
অৰ্জ্জুনে এৰিবে প্ৰিয় প্ৰাণ।
অৰ্জ্জুন মৰিলে পাচে অপৰ পাণ্ডৱ চাৰি
তেখনে যাইবেক সবে বন ॥ ২৫০৫৯
সসাগৰা পৃথিৱীক অকণ্টকে লভিবোহো
অস্তাগত ভৈলে দিবাকৰ।
মোহোৰেসে জয়হেতু আপুনি মৰিবে লাগি
প্ৰতিজ্ঞা কৰিলে ঘোৰতৰ ॥
যাক ৰাখে বৃহৎসেনে কৃপে শল্যে গুৰুদ্ৰোণে
দুঃশাসন মুখ্য ভ্ৰাতৃগণ।
তুমিবা প্ৰবন্ধ কৰি যাক ৰক্ষা কৰিবাহা
তাক মাৰিবাক পাৰে কোন ॥ ২৫০৬০
ৰাজাৰ বচন শুনি কৰ্ণে মাতিলেক গুণি
শুনিয়োক কৌৰৱনন্দন।
ভীমৰ দুৰ্ব্বাৰ শৰে অস্থি মজ্জা ভেদিলেক
মূৰ্চ্ছা গই থাকোঁ ঘনে ঘনে ॥
ৰণ এৰি গৈলে মোক ভীমসেনে হাসিবেক
আত্তেসে আছোহো সমৰত।
উঠন্তে বসন্তে মোৰ অগ্নি সম বিষ উঠে
ৰামকে কামকে শৰীৰত ॥ ২৫০৬১

তথাপি তোমাৰ কাজে যোৰৰ সমৰৰ মাজে
সকলে দেখাইবো মুনিষালি।
মিত্ৰৰ সকলে কাজ আজি মই সাফলিবো
কোনে সহিবেক শৰ চালি ॥
যত মোৰ ঘোৰ শৰ আছে দেৱ মানুষৰ
দেখাইবোহো তোমাৰ আগত।
অৰ্জ্জুনৰে মোৰে যুদ্ধ সাৰশেষে দেখিবেক
জয় পুনু দেৱৰ হাতত ॥ ২৫০৬২

---

### জয়দ্ৰথ বধ

পদ

কৰ্ণে দুৰ্য্যোধন যেবে হেন কথা ভৈলা।
তেতিক্ষণে ধনঞ্জয় আগতে মিলিলা ॥
ৰথচক্ৰ ৰাখি দুয়ো পাঞ্চালনন্দন।
পৃষ্ঠভাগে ভৈলেক সাত্যকি ভীমসেন ॥ ২৫০৬৩
প্ৰথমত দশবাণ হানি ধনঞ্জয়।
দশ মহাৰথীক পঠাইলা যমালয় ॥
কাহাৰো কাটিল মুণ্ড কাৰো বাহু দণ্ড।
হস্তী হয় ৰথকো কৰিলে খণ্ড খণ্ড ॥ ২৫০৬৪
ধ্বজ চক্ৰ কাটিলন্ত পটোৱাৰ ভেদি।
ক্ষণেকতে প্ৰবৰ্ত্তাইলা শোণিতৰ নদী ॥
যেন বহ্নিকুণ্ড বনখান পুৰি গৈল।
বীৰগণ মাৰি সৈন্ধৱক লাগ পাইল ॥ ২৫০৬৫
সৈন্ধৱক পাচ কৰি ধাইলা মহাযুদ্ধ।
দেখি ধনঞ্জয়ৰ মনত বৰ ক্ৰোধ ॥
গাণ্ডীৱ ধনুক ধৰি নাচন্তে ৰথতে।
তাসম্বাৰ শৰসঙ্গ কাটন্ত বাটতে ॥ ২৫০৬৬
ভিতি বেঢ়ি ছয় বীৰে শৰচয় কৰে।
দশোদিশ বেঢ়ি সেনা শায়ক প্ৰহাৰে ॥
অন্যো অন্যে ডাকি বোলে নেদিবে সমৰ।
হেৰা দেখা অস্তগিৰি পাইলন্ত ভাস্কৰ ॥ ২৫০৬৭
নিৰন্তৰে ধনঞ্জয়ে বৰিষিলা বাণ।
তাসম্বাৰ শৰসঙ্গ কৰি দুইখান ॥

সাত শৰে কৃষ্ণৰো ভেদিলা হৃদয়ত ।
অৰ্জ্জুনক নিবাৰি ৰাখিলা জয়দ্ৰথ ॥ ২৫০৬৮
সবাৰো হৃদয়ে হানিলন্ত শিলীমুখ ।
অশ্বত্থামা ভৈলা পাচে তাহাক সমুখ ॥
সৈন্ধৱক পাচ কৰি গুৰুৰ তনয় ।
দশ শৰে অৰ্জ্জুনৰ ভেদিল হৃদয় ॥ ২৫০৬৯
দুৰ্য্যোধনে দেখে দ্ৰৌণী একলে যুঁজন্ত ।
চাপ চাপ বুলি সবে সেনা আদেশন্ত ॥
আপুনিয়ো গৈল ৰাজা সেনাকো জণ্টাইলা ।
শৰ বৰিষিলা ধনঞ্জয়কো ভঙ্গাইলা ॥ ২৫০৭০
কৰে ধনু ধৰি পাচে একে নৰেশ্বৰ ।
দশোদিশে অন্ধকাৰ কৰে অৰ্জ্জুনৰ ॥
অন্যো অন্যে বীৰে কৰে শৰ বৰিষণ ।
হাসি পাৰ্থ কৰে ধনু কৰিলা ধাৰণ ॥ ২৫০৭১
কুৰুগণে অস্ত্ৰ শস্ত্ৰ যতেক মাৰিল ।
চাৰি চাৰিখান কৰি সবাকো কাটিল ॥
কৰ্ণ মুখ্য কৰি বীৰে সবাৰো হৃদয় ।
দশ দশ বাণে ভেদিলন্ত ধনঞ্জয় ॥ ২৫০৭২
অৰ্জ্জুনকো অশ্বত্থামা পঞ্চিশ শায়কে ।
ভেদিলেক বৃহৎসেনা শত কুৰ্ম্মনখে ॥
দুৰ্য্যোধনো ভেদিলেক সত্তৰি শায়কে ।
কৰ্ণে দশ শৰে ভেদিলন্ত অৰ্জ্জুনকে ॥ ২৫০৭৩
শল্যে দুয়ো নাৰাচে ভেদিলা দুইকোখত ।
কপালত শৰ প্ৰহাৰিলা হৃদয়ত ॥
ধনু টঙ্কাৰিয়া পাচে গৰ্জ্জে যেন সিংহে ।
শৰ বৰিষিয়া সবে দেখিতে বিৰঙ্গে ॥ ২৫০৭৪
ভিন্নে ভিন্নে দেৱঅস্ত্ৰ কৰয় প্ৰহাৰ ।
কটাক্ষো নকৰে তাক পাণ্ডুৰ কুমাৰ ॥
দিব্য অস্ত্ৰ মাৰি দিব্য অস্ত্ৰ নিবাৰিল ।
হৃদয়ত শৰ হানি সবাকো ভঙ্গাইল ॥ ২৫০৭৫
সবে সেনা মাৰি শীঘ্ৰবেগ কৰি যান্ত ।
বেগ ধৰি যথা জয়দ্ৰথ যে আছন্ত ॥
কৰ্ণে দেখে জয়দ্ৰথ চলে যমথান ।
আথেবেথে ডাকিলেক আপুনাৰ যান ॥ ২৫০৭৬

কৰ্ণকো বেঢ়িল যুযুধান বৃকোদৰে ।
দুইকো ঠেলি জিষ্ণুক ধাইলেক ধনুৰ্দ্ধৰে ॥
পাচে পাচে খেদি গৈল সাত্যকি মাৰুতি ।
তিনিকো যুঁজিল ৰাধাসুত মহাৰথী ॥ ২৫০৭৭
কৰ্ণৰ বিক্ৰম দেখি বীৰ ধনঞ্জয় ।
দশ শৰে ভেদিলেক কৰ্ণৰ হৃদয় ॥
সাত্যকিয়ো যম সম লৈলা তিনি বাণ ।
কৰ্ণৰ দক্ষিণ ভুজে কৰিলা সন্ধান ॥ ২৫০৭৮
ভীমসেনে প্ৰহাৰিলা তিনিগোটা শৰ ।
কৰ্ণৰো ভেদিলা গৈয়া হৃদয় ভিতৰ ॥
দুনাই ধনঞ্জয়ে সাত শৰ লৈলা বাছি ।
বামকোখে কৰ্ণৰ তাড়িলা সব্যসাচী ॥ ২৫০৭৯
শৰ হানি কৰ্ণবীৰে তিনিকো তাড়িল ।
হেন দেখি অৰ্জ্জুনৰ ক্ৰোধ সম্পজিল ॥
একশত শৰ হানি ভেদিলা কৰ্ণক ।
উবচাট কৰি গৈল সকল শায়ক ॥ ২৫০৮০
বোম্বালে ৰুধিৰ বহে ঢাকিয়া কৰ্ণক ।
অশোক ফুলিল যেন কৰে জকমক ॥
শৰচোটে ৰাধাসুত ক্ৰোধে কম্পমান ।
পঞ্চাশ নাৰাচ দুনাই কৰিলা সন্ধান ॥ ২৫০৮১
মৰ্ম্মস্থানে ফুটিলন্ত ধনঞ্জয়বীৰ ।
কৰ্ণৰ বিক্ৰম দেখি নসহে শৰীৰ ॥
খুৰ হানি কাটিল হাতৰ ধনুখান ।
হৃদয়ত নৱশৰ কৰিলা সন্ধান ॥ ২৫০৮২
আৰো এক শৰ লৈলা মাৰিবাক মনে ।
কৰ্ণমানে ধনু টানি কৰিলা সন্ধানে ॥
মহাবেগে শৰ চলে আকাশক যুৰি ।
শৰ দেখি কৰ্ণৰ জীৱন গৈল উৰি ॥ ২৫০৮৩
অশ্বত্থামা দেখে কৰ্ণ চলে যমথান ।
অৰ্দ্ধচন্দ্ৰ হানি কাটিলন্ত ঘোৰ বাণ ॥
অশ্বত্থামা ৰাখিলন্ত কৰ্ণৰ জীৱন ।
কৰ্ণে ধনু টানি কৰে শৰ বৰিষণ ॥ ২৫০৮৪
অৰ্জ্জুনে কাটিলা তাক দোখোখান কৰি ।
অৰ্জ্জুনো থৈলন্ত শৰে কৰ্ণক আবৰি ॥

কৰ্ণে দৃঢ় ধনু ধৰি শৰসঙ্গ হানি।
অৰ্জ্জুনকো কৃষ্ণকো ৰথত ঢৈলা ছানি ॥ ২৫০৮৫
দুয়ো মহাবীৰ বালী বলী পটন্তৰ।
দুয়ো দুইকো লাগি প্ৰহাৰয় ঘোৰ শৰ ॥
দুইৰো দুই মুখ চাই নাদিলা বিস্তৰ।
যেন দুই গোটা ষাড়ে নাদয় গোষ্ঠৰ ॥ ২৫০৮৬
অৰ্জ্জুনে বোলন্ত কৰ্ণ মোৰ আগে ৰহ।
মই ধনঞ্জয় তোৰ ভাঙ্গো মহমহ ॥
কৰ্ণে বোলে ধনঞ্জয় চক্ষুমেলি দেখ।
হেন মই কৰ্ণবীৰ তোক জিওঁ লেক ॥ ২৫০৮৭
এহি বুলি ঘোৰ শৰ কৰিলা প্ৰহাৰ।
দুইকো দুই কৰিলন্ত হৃদয় দোহাৰ ॥
মাৰিবাক মনে দুয়ো কৰন্ত সমৰ।
বিস্ময় মিলিল সব গন্ধৰ্ব্ব দেৱৰ ॥ ২৫০৮৮
দুৰ্য্যোধনে ডাকি ডাকি বুলিলা সেনাত।
অৰ্জ্জুনক আজি কৰ্ণে কৰিবে নিপাত ॥
সব কথা কৰ্ণে মোত কহিলা আপুনে।
সবে মিলি ৰাখিবাহা কৰ্ণক যতনে ॥ ২৫০৮৯
হেন শুনি অৰ্জ্জুনৰ মনে বৰ খঙ্গ।
কৰ্ণক লাগিয়া প্ৰহাৰিলা শৰসঙ্গ ॥
চাৰি শৰে চাৰি গোটা ঘোঁৰাক মাৰিল।
একশৰ মাৰি ৰথ সাৰথি কাটিল ॥ ২৫০৯০
শৰে জৰ্জ্জৰিত কৰ্ণে নপাৱে চেতন।
কৰ্ণৰ অৱস্থা দেখি গুৰুৰ নন্দন ॥
ঘোৰ শৰবৃষ্টি কৰে অৰ্জ্জুনক ঢাকি।
নিজ ৰথে তুলিয়া কৰ্ণক নিলা ৰাখি ॥ ২৫০৯১
কৰ্ণক ৰথত তুলি দশ কূৰ্ম্মনখে।
অৰ্জ্জুনক প্ৰহাৰিলা মনত আহ্লখে ॥
দশ দশ শৰে মদ্ৰৰাজ তিনিবাৰ।
অৰ্জ্জুনৰ শৰীৰত কৰিলা প্ৰহাৰ ॥ ২৫০৯২
সাত শৰে কৃপে মাধৱৰ হৃদয়ত।
কুৰি শৰে তাড়িলন্ত দ্ৰোণ সমৰত ॥
অৰ্জ্জুনৰো হৃদয়ত দশ কূৰ্ম্মনখে।
দুনাই দুনাই শিলীমুখে কৰিলন্ত ক্ৰোধে ॥ ২৫০৯৩

পাঞ্চ পাঞ্চ শৰে সিন্ধুৰাজ জয়দ্ৰথে।
তাড়িলন্ত শৰ ধনঞ্জয়ৰ গাৱতে ॥
কৰ্ণ তনয়ৰ সাত সাত ঘোৰ শৰে।
ফুটিলন্ত ধনঞ্জয় প্ৰভু দামোদৰে ॥ ২৫০৯৪
পাৰ্থে সৈন্ধৱক ভেদিলন্ত ষাঠি বাণে।
শতেকে দ্ৰৌণীক ভেদিলন্ত বৰ টানে ॥
সৈন্ধৱক দশ শৰে কৰিলা সন্ধানে।
কৰ্ণৰ পুত্ৰক সমাইৰাৰ তিনি বাণে ॥ ২৫০৯৫
কৃপক বিংশতি বাণে ভেদিল কপালে।
আটাসেক দিলন্ত কৰ্ণক মাৰে তালে ॥
তাহাৰ শব্দক আমি নকৰিলোঁ ক্ষেমা।
শঙ্খ সিংহনাদ কৰি দেখাইলোঁ মহিমা ॥ ২৫০৯৬
ৰৱৰৱ বীৰসবে কৰিলে শপত।
বোলে অৰ্জ্জুনক বেড়ি পেষোঁ যমপথ ॥
ৰথে হয়ে উটে খৰে গজস্কন্ধে চৰি।
অৰ্জ্জুনক প্ৰহাৰয় দশোদিশে বেড়ি ॥ ২৫০৯৭
গদা মুদগৰ কোন্তশূল ভিণ্ডিপাল।
পৰশু পৰ্টিশ শক্তি মুষল তীখাল ॥
বায়ু নসঞ্চাৰে ভৈল নিসন্ধি আকাশ।
কিঞ্চিতেকো ৰৱিৰশ্মি নকৰে প্ৰকাশ ॥ ২৫০৯৮
শৰ বৰিষণে অগ্নিকণিকা উভৱে।
আপোনাৰ সেনাগণ শৰ ফুটি মৰে ॥
আমাঠেৰ পৰাক্ৰম দেখিয়া অৰ্জ্জুন।
আপুনি কৰিলা পৰাক্ৰম শত গুণ ॥ ২৫০৯৯
বিজুলী চতক যেন চলে ৰথখান।
ধনুত জুৰিল সৰ্ব্ব নিবাৰণ বাণ ॥
যেতিক্ষণ শৰপাট ধনুত জুৰিলা।
ধনুহস্তে কোটি কোটি শৰ বাহিৰাইলা ॥ ২৫১০০
সেহি শৰে অস্ত্ৰ শস্ত্ৰ আগে ছেদিলন্ত।
পাচে কুৰুসেনাৰ হৃদয় ভেদিলন্ত ॥
চক্ষু নিমিষতে ৰণস্থলী শূন্য ভৈল।
যমৰ নগৰ খান উপচিয়া গৈল ॥ ২৫১০১
অগম্য ধৰণী মনুষ্যৰ কলেৱৰ।
দশোদিশে ৰক্তবৰ্ণ দেখিয় ৰুধিৰ ॥

দিব্য অস্ত্ৰ মাৰিলেক মহাৰথী মানে ।
তাক দেখি দিব্য অস্ত্ৰ হানিলা অৰ্জ্জুনে ॥ ২৫১০২
মনুষ্য অস্ত্ৰৰ ৰণ ভৈল সমাগম ।
দেৱ অস্ত্ৰ ধৰি ধৰি কৰিলা সংগ্ৰাম ॥
কেতিক্ষণ কোনে মাৰে নেদেখয় তাক ।
আকাশত দেখি শৰ চলে জাক জাক ॥ ২৫১০৩
পৃথিৱীয়ো কাম্পিল সাগৰ খলকিল ।
গিৰ গিৰ কৰি সবে পৰ্ব্বতো লৰিল ॥
অৰ্জ্জুনকো সমান মুনিষ নাই আন ।
ধনুত জুৰিল আনি ঘোৰ ৰুদ্ৰবাণ ॥ ২৫১০৪
একেশ্বৰে সবে দেৱ অস্ত্ৰ নিবাৰিল ।
সবাহাৰে গজ বাজী সাৰথি মাৰিল ॥
চন্দ্ৰসূৰ্য্য যত দেখি মনত আসুখে ।
ধনু টানি সবাকো ভেদিল কুৰ্ম্মনখে ॥ ২৫১০৫
ৰথভঙ্গে বীৰগণে পলাইলা লৰৰি ।
কতো বীৰ পলাই গৈল আন ৰথে চৰি ॥
সবাকো বিহ্বল কৰি অস্ত্ৰৰ প্ৰভাৱে ।
সৈন্ধৱক লাগ পাইলা মধ্যম পাণ্ডৱে ॥ ২৫১০৬
সৈন্ধৱক লাগ পাইলা গুচিল সংশয় ।
চৌষষ্ঠি শায়কে তাৰ ভেদিলা হৃদয় ॥
শৰচোটে ক্ৰোধ কৰিলেক মহামতি ।
অঙ্কুশৰ ঘাৱ যেন পাইল মত্ত হস্তী ॥ ২৫১০৭
তীখাল চোখাল শৰ সৰ্পৰ সমান ।
অৰ্জ্জুনৰ হৃদয়ত কৰিলা সন্ধান ॥
তিনি শৰে গাণ্ডীৱত কৰিলা সন্ধান ।
দুনাই অৰ্জ্জুনক ভেদিলেক ছয় বাণ ॥ ২৫১০৮
চাৰি গোটা ঘোঁৰাক ভেদিলা আঠ শৰে ।
একশৰে ভেদিলেক ধ্বজৰ উপৰে ॥
শতেক শায়কে গোবিন্দৰ শৰীৰত ।
মৰ্ম্ম মৰ্ম্মস্থানে ভেদিলেক জয়দ্ৰথ ॥ ২৫১০৯
দুনাই দুনাই সিন্ধুৰাজে দুইৰো গাৱতে ।
প্ৰাণৰো কাতৰে শৰ হানে আথেবেথে ॥
শৰচোটে ধনঞ্জয় দুগুণে কিটাইল ।
দুই গোট শৰ আনি ধনুত জুৰিল ॥ ২৫১১০

একেশৰে সাৰথিৰ কাটিলন্ত শিৰ ।
আউৰ শৰে ধ্বজ কাটিলন্ত মহাবীৰ ॥
ধ্বজৰ বাৰাহ গোট মাণিকে ৰচিত ।
নক্ষত্ৰ সকৰি যেন পৰিল ভূমিত ॥ ২৫১১১
অনন্তৰে অৰ্জ্জুনে ধৰিল আউৰ শৰ ।
আথেবেথে বচন বুলিলা দামোদৰ ॥
শুনা সখি অস্তাচল পাইলন্ত ভাস্কৰ ।
অস্ত কৰিবাক লাগে সৈন্ধৱ ৰাজাৰ ॥ ২৫১১২
আছয় সঙ্কেত বৰ সৈন্ধৱ বধত ।
কহিবোহো যেন ভৈল পূৰ্ব্ব সময়ত ॥
জয়দ্ৰথ পিতা ৰাজা বৃদ্ধক্ষেত্ৰ নাম ।
তপৱন্ত বলৱন্ত সত্যেসে সংগ্ৰাম ॥ ২৫১১৩
অপুত্ৰক ৰাজা শঙ্কৰক আৰাধিলা ।
বৰদানে জয়দ্ৰথ তনয় লভিলা ॥
সেহি সময়ত ভৈল আকাশৰ বাণী ।
নৃপতিক সম্বোধিয়া বুলিলা কাহিনী ॥ ২৫১১৪
তব পুত্ৰে জয়দ্ৰথে কৰিব সমৰ ।
শিৰশ্ছেদ হুয়া চলিবেক যমঘৰ ॥
হেনশুনি নৃপতি আসুখ আতি মন ।
সমাজক শুনাই থৈলা সময় বচন ॥ ২৫১১৫
যি বীৰে পুত্ৰৰ শিৰ পেলাৱে ভূমিত ।
তাহাৰো মস্তক ছিণ্ডি পৰোক মহীত ॥
এহি বুলি সৈন্ধৱক থাপিলা ৰাজ্যত ।
তপ কৰি আছন্তে সমন্তে পঞ্চকন্ত ॥ ২৫১১৬
শিৰশ্ছেদ কৰি মুণ্ডগোট উকৰাওঁ ।
বৃদ্ধক্ষেত্ৰ নৃপতিৰ কোলাত পেলাওঁ ॥
তেহে তেতিক্ষণে মুণ্ড পেলাইব মহীতে ।
তাহাৰো মস্তক ছিণ্ডি পৰিব তহিতে ॥ ২৫১১৭
পৃথিৱীত তুমি যে পেলোৱা তাৰ শিৰ ।
আপুনে চলিবা তেৱে যমৰ মন্দিৰ ॥
যত দিব্য অস্ত্ৰ আছে তোমাৰ হাতত ।
অসাধ্য নাহিক তেৱে তিনি জগতত ॥ ২৫১১৮
আমাৰ বচন কৰিয়োক মহামতি ।
যাৱে চন্দ্ৰ সূৰ্য্য থাকে তৈয়োক বিয়াতি ॥

অৰ্জ্জুনে শুনিলা হেন হৰিৰ বচন।
তেতিক্ষণে নমিলন্ত দ্ৰোণৰ চৰণ ॥ ২৫১১৯
উলটি পালটি চেলেকন্ত দুই ওঁঠ।
হাতে তুলি লৈল বজ্ৰসম শৰগোট ॥
ৰোষাণ কৰিয়া আছে চন্দনে চৰ্চ্চিত।
প্ৰকৃতি সুবৰ্ণ গন্ধমাল্য বিভূষিত ॥ ২৫১২০
দিব্যমন্ত্ৰে অভিষেকি জুৰিলা গুণত।
ঘোৰ শব্দ উথলিলা শৰ সন্ধানত ॥
শেনে যেন বেগে চলে মুণ্ডে অগ্নিকুণ্ড।
সেহি শৰে সৈন্ধৱৰ কাটিলন্ত মুণ্ড ॥ ২৫১২১
ধনঞ্জয় বীৰবৰ যুদ্ধত সুজ্ঞান।
অলক্ষিতে প্ৰহাৰ কৰিলা বায়ুবাণ ॥
বায়ুৰ বেগত মুণ্ড আলগাইলা তুলি।
উফৰায়া নিলা শৰে আকাশক বুলি ॥ ২৫১২২
কদম্ব কুসুম যেন নিলা উফৰাই।
উৎপলৰ নয় সৰ্ব্বলোকে আছে চাই ॥
বৃদ্ধক্ষেত্ৰে নৃপতি সমস্ত পঞ্চকত।
পৰম ব্ৰহ্মাক চিন্তে সন্ধ্যা সময়ত ॥ ২৫১২৩
কোলাত পৰিল মুণ্ডগোটা বৰ টানে।
শৰ পৰশনে তাৰ ভাগিল ধিয়ানে ॥
মুণ্ডে কৃষ্ণকেশ দুই কৰ্ণত কুণ্ডল।
গুৰু শুক্ৰ সঙ্গে যেন চন্দ্ৰৰ মণ্ডল ॥ ২৫১২৪
কাহাৰ মস্তক বুলি উঠিলন্ত নৃপে।
আছাৰিয়া মুণ্ড পেলাইলন্ত সেই চিপে ॥
যেতিক্ষণে মুণ্ডগোট ভূমিত পৰিল।
জটৰাই নৃপতিৰ মাথাও ছিণ্ডিল ॥ ২৫১২৫
বাপে পুতে একেলগে গৈল যমঘৰ।
বিস্ময় মিলিল সৱে দেৱ গন্ধৰ্ব্বৰ ॥
অৰ্জ্জুনক ৰঙ্গে আলিঙ্গিলা নাৰায়ণ।
প্ৰশংসা কৰিয়া হেন বুলিলা বচন ॥ ২৫১২৬
কুৰু মহাৰ্ণৱ তৰি বধি সিন্ধুপতি।
পৃথিৱীত থাপিলাহা উত্তম খিয়াতি ॥
যেতিক্ষণে সৈন্ধৱৰ মিলিল বিনাশ।
তেতিক্ষণে ভীমসেনে তেজিলা আটাস ॥ ২৫১২৭
ভীমৰ আটাসে সৱে থাকিলা তৰসি।
অস্ত্ৰ শস্ত্ৰ হাতৰ পৰিল খসি খসি ॥
যুধিষ্ঠিৰে শুনিলন্ত মাৰুতি নাদয়।
সৈন্ধৱ পৰিল হেন জানিলো নিশ্চয় ॥ ২৫১২৮
ৰাজায়ো নাদিল আপোনাৰ জয় জানি।
কিল কিল শবদত পূৰিল ধৰণী ॥
পাণ্ডৱী দলত ঘৰ উথলিলা ৰোল।
কাহালি মহৰি ভেৰি বাৰে চাপ ঢোল ॥ ২৫১২৯
খিকিঞ্চি খুমুচি বাজে কৰে হাত তালি।
দশোপাঞ্চে জুমে জুমে কৰয় ধেমালি ॥
জয় লভি মত্ত হুয়া ধৰ্ম্মৰ নন্দন।
সেনাক আদেশ কৰি বুলিলা বচন ॥ ২৫১৩০
চাপ চাপ জান্তু কুৰুসেনা মাৰি তোল।
সেনায়ে ধাইলেক শুনি নৃপতিৰ বোল ॥
কৰ্কশ সমৰ ভৈলা সন্ধ্যা সময়ত।
আবাৰ ক্ৰন্দন ভৈলা দ্ৰোণৰ দলত ॥ ২৫১৩১
অৰ্জ্জুনো মাৰিলা থেদি মহাৰথাগণ।
হস্তী হয় বিকথি মাৰিলা ভীমসেন ॥
সিন্ধুসেনা মাৰিলেক পাঞ্চালকুমাৰ।
মনোৰথ সিদ্ধি ভৈল আৱেসে তোমাৰ ॥ ২৫১৩২
তোমাথেৰ ভঙ্গ জয় ভৈল পাণ্ডৱৰ।
কুবুদ্ধিৰ ফল আৱে পাইলা নৃপবৰ ॥
সিন্ধুৰাজা মৰিল কম্পিল দুৰ্য্যোধন।
ৰথত পৰিয়া ৰাজা কৰিলা ক্ৰন্দন ॥ ২৫১৩৩
হৰি হৰি বিধি মই কোন কাজ কৰো।
জয়দ্ৰথ বিহীনে কিসক প্ৰাণ ধৰোঁ ॥
হাতে হাতে আগবঢ়াই মৰালোঁহো আনি।
বিধবা কৰাইলোঁ মই দুঃশীলা বহিনী ॥ ২৫১৩৪
দানে মানে সবাকো বঢ়াইলোঁ চিৰকালে।
একো বীৰে ক্ষুমুঁ জয় মোহোৰ কপালে ॥
পৰত কৰয় আশা যিটো নৃপবৰ।
অৱশ্যে চলয় সিটো যমৰ নগৰ ॥ ২৫১৩৫
দ্ৰোণৰ আশাত মই মৰাইলোঁ সৈন্ধৱ।
একত্ৰিশ সোদৰ ভৈলেক মৰাশৰ ॥

পলাইবেক খুজিলেক সৈন্ধৱ নৃপতি।
গলগ্ৰাহি ভৈলা তাৰ দ্ৰোণ সেনাপতি ॥ ২৫১৩৬
ব্ৰাহ্মণ জনম হৈয়া মিছামাত কিক।
দ্ৰোণৰ যতেক গুণ আছো সবে ধিক ॥
উতকোচ দিয়া মিত্ৰে নকৰয় কাজ।
তেনয় মিত্ৰৰ বোলে হৰুৱাইলা ৰাজ ॥ ২৫১৩৭
যাৰে দিব পাৰিমানে কৰে মহাৰঙ্গ।
একদিনা নপাইলে কৰয় মহাখঙ্গ ॥
খাইবাৰ পাইবাৰ বেলা হোৱে মহাবীৰ।
সমৰৰ নাম শুনি কাম্পয় শৰীৰ ॥ ২৫১৩৮
পৰত আশায়ে মই যাইবো অধোগতি।
মোক হেন বুলিলা বিদুৰ মহামতি ॥
বিদুৰৰ বোল আৰে সবে সম্পজিল।
একাধিক ত্ৰিশ ভাই সমৰে মৰিল ॥ ২৫১৩৯
জয়দ্ৰথ মহাবীৰ যমঘৰে গৈল।
এৰেসে সবাৰ জানো মহাৰঙ্গ ভৈল ॥
নৃপতি বচন যেন খাণ্ডাৰ প্ৰহাৰ।
ৰাৰগণে শুনি মৰ্ম্ম কৰিলা বিস্তৰ ॥ ২৫১৪০
মহাকোপে কৰ্ণে অৰ্জ্জুনক গৈলা খেদি।
সাত্যকি বেঢ়িল তাক কুৰি শৰে ভেদি ॥
লগতে ধাইলেক দুই পাঞ্চালকুমাৰ।
তিনি বীৰে সমে কৰ্ণে কৰয় সমৰ ॥ ২৫১৪১
শল্য প্ৰতিমুখে বীৰগণ চলি গৈলা।
ধনু ধৰি ভীমসেনে সবাকো বেঢ়িলা ॥
সাৰদত্ত কৃপ অশ্বত্থামা গুৰুসুত।
অৰ্জ্জুনক শৰবৃষ্টি কৰিলা বহুত ॥ ২৫১৪২
সোদৰ সহিতে দুৰ্য্যোধন নৃপবৰ।
পাচত ৰহিয়া চাহি থাকিলা সমৰ ॥
দুই ভিতি থাকি দুই ব্ৰাহ্মণকুমাৰ।
অৰ্জ্জুনক লাগি ঘোৰ বৰিষিলা শৰ ॥ ২৫১৪৩
দৃঢ় শৰচোট পায়া পাণ্ডুৰ কুমাৰ।
গুৰুৰ গৌৰৱ ৰাখিলন্ত একবাৰ ॥
তথাপিতো দুই বীৰে সমৰ নাছাৰে।
অৰ্জ্জুনৰ শৰীৰত ঘোৰ শৰ তাড়ে ॥ ২৫১৪৪

ধনঞ্জয়ো অল্প কৰি টানি ধনুখান।
অল্প অল্প কৰি প্ৰহাৰিলা বহু বাণ ॥
প্ৰহাৰত মৃদু কিন্তু বহুতৰ শৰে।
ফুটিয়া মূৰ্চ্ছিত কৃপ ৰথৰ উপৰে ॥ ২৫১৪৫
সাৰথি বোলয় কৃপ গৈল যমঘৰ।
পলুৱাই নিলা যথা আছে নৃপবৰ ॥
অশ্বত্থামা বীৰ বৰ শৰচোট পায়া।
ৰথ পালটায়া তেহো গৈলেক পলায়া ॥ ২৫১৪৬
কৃপৰ সমীপ চাপি কান্দন্তে থাকিলা।
অৰ্জ্জুনে জানিলা কৃপে বৰ দুখ পাইলা ॥
ধনুখান আছাৰিয়া পেলাইল ৰথতে।
গুৰুৰ সন্তাপে মুঠি হানন্ত হিয়াতে ॥ ২৫১৪৭
ক্ষত্ৰিয় জাতিত আমি উপজিলোঁ কিক।
গুৰু শিষ্য ভাৱৰ আছোক ধিক ধিক ॥
শিষ্য হুয়া গুৰুক মাৰিলোঁ সমৰতে।
কুযশ থাকিল মোৰ তিনিও জগতে ॥ ২৫১৪৮
কুলাধম দুৰ্য্যোধন তোহোৰ কাৰণে।
অবধ্য জনকো মই বধো দিনে দিনে ॥
ৰথত বসিয়া জিষ্ণু কৰন্ত ক্ৰন্দন।
কৰ্ণ সমস্বিতে যুঁজে শিনিৰ নন্দন ॥ ২৫১৪৯
গোবিন্দক চাই হেন বুলিলা বচন।
কৰ্ণক লাগিয়া ৰথ বাহা নাৰায়ণ ॥
ভূৰিশ্ৰৱা ৰাজাৰ সন্তাপে কৰ্ণবীৰ।
জানো সাত্যকিৰ আজি কাটি এৰে শিৰ ॥ ২৫১৫০
হাসিয়া চাহিলা হৰি অৰ্জ্জুনৰ মুখ।
সাত্যকিক লাগি সখি নকৰা আদুখ ॥
কৰ্ণতো কৰিয়া সাত্যকিসে বীৰ চাৰ।
আৰো লগে আছে দুই পাঞ্চালকুমাৰ ॥ ২৫১৫১
বিশেষতে মোৰ ৰথে দাৰুক সাৰথি।
এতিক্ষণে কৰ্ণক জিনিব মহামতি ॥
তোমাৰেসে ভয় আজি কৰ্ণৰ হাতত।
ইন্দ্ৰৰ শকতি তাৰ আছয় তোপত ॥ ২৫১৫২
তোমাক পাইবেক সিটো দ্ৰোণ সমস্ত।
সেহি শক্তি তোমাক মাৰিব সমস্ত ॥

যি কালত কৰ্ণক বধিবে বোলো আমি।
সি কালত সংগ্ৰামত ৰখিবাহা তুমি ॥ ২৫১৫৩
নেৰিলন্ত ৰথ ৰহিলন্ত সেহি ঠাই।
থাকিলন্ত সাত্যকি কৰ্ণৰ মুখ চাই ॥
শল্য ৰাজা বিৰথী ভৈলন্ত তিনিবাৰ।
মৰ্ম্মস্থানে পাইল বৰ ভীমৰ প্ৰহাৰ ॥ ২৫১৫৪
তুমি পাৰে শল্য পলাই গৈল ব্যূহ ভঙ্গে।
ৰণ জিনি ভীমসেনে নাদিলন্ত ৰঙ্গে ॥
তেতিক্ষণে গৈল অৰ্জ্জুনৰ বিদ্যমান।
দেখিলন্তে কৰ্ণে সমে যুজে যুযুধান ॥ ২৫১৫৫
ৰণ চাহি থাকিল পাণ্ডৱ দুই ভাই।
সকল কৌৰৱ থাকিলন্ত যুদ্ধ চাই ॥
বিমানত চৰি চাহি আছে দেৱগণ।
মিত্ৰৰ নিমিত্তে দুয়ো কৰে ঘোৰ ৰণ ॥ ২৫১৫৬
মনুষ্যৰ অস্ত্ৰ দুয়ো নকৰে প্ৰকাশ।
দেৱৰ অস্ত্ৰক হানি ছাইলন্ত আকাশ ॥
কৰ্ণবীৰে অগ্নিঅস্ত্ৰ কৰিল প্ৰহাৰ।
দশোদিশে দেখি ঘোৰ অগ্নিৰ প্ৰকাৰ ॥ ২৫১৫৭
সাত্যকি দেখিল অগ্নি আসে জাকে জাক।
বৰুণৰ অস্ত্ৰ হানি নিবাৰিলা তাক ॥
কৰ্ণবীৰে প্ৰহাৰিলা ঘোৰ বায়ুবাণ।
সাত্যকি পৰ্ব্বত বাণে কৰিলা নিৰ্য্যাণ ॥ ২৫১৫৮
ব্ৰহ্মাৰ বিষ্ণুৰ কুবেৰৰ শঙ্কৰৰ।
ৰাক্ষস পিশাচ ঘোৰ গন্ধৰ্ব্ব যক্ষৰ ॥
দুইকো দুই প্ৰহাৰিলা ঘোৰ বায়ুবাণ।
পাচে দুয়ো বীৰে দুইৰো ছেদিলন্ত বাণ ॥ ২৫১৫৯
ঘোৰ শৰ প্ৰহাৰিলা ধনু ভিৰি ভিৰি।
শৰৰ প্ৰহাৰে মাংস গৈলা ছিৰি ছিৰি ॥
ভূৰিশ্ৰৱা জৰাসন্ধ দুইৰো মান সাৰো।
ৰাজাৰ গোচৰে আজি সাত্যকিক মাৰো ॥ ২৫১৬০
হেন শুনি কৰ্ণবীৰে কৰিল সমৰ।
সাত্যকিৰ নাহি ক্ষমা সৌভদ্ৰ ৰথৰ ॥
সেনাৰ মাজত হেন হৈল কাণাকাণি।
শুনিলোঁ দেৱৰ মুখে আকাশৰ বাণী ॥ ২৫১৬১

বোলে দেৱাসুৰ যক্ষ গন্ধৰ্ব্ব সমাজে।
হেন যুদ্ধ নাহি দেখো তিনিলোক মাজে ॥
কৰ্ণে যুযুধানে যেন কৰয় সমৰ।
দুয়ো বীৰ যাই আজি যমৰ নগৰ ॥ ২৫১৬২
হৰিৰ ৰথত উঠি যুজন্ত সাত্যকি।
দাৰুকৰ শিক্ষাক গৰুড় সম দেখি ॥
ৰথৰ শৰদ গাত দেখি ঘোটকৰ।
কৰ্ণ বিনে কোনে তাক কৰিবে সমৰ ॥ ২৫১৬৩
অনন্তৰে সাত্যকি সনাইবাৰ ষাঠি বাণ।
দৃঢ় কৰি কৰ্ণক ভেদিলা ঘোৰ বাণ ॥
একশৰে সাৰথিৰ ভেদিল হৃদয়।
চাৰি শৰ মাৰি মাৰিলন্ত চাৰি হয় ॥ ২৫১৬৪
ৰথধ্বজ কাটিলেক অনেক শায়কে।
কৰ্ণকো দুনাই পীড়িলেক শৰজাকে ॥
অচেতন ভৈলা কৰ্ণ শৰ প্ৰহাৰতে।
বিহ্বলে থাকিলা কটা ৰথ উপৰতে ॥ ২৫১৬৫
বৃষসেনে দেখে পিতা যাই যমঘৰ।
সাত্যকিক খেদি গৈল আৰো মদ্ৰেশ্বৰ ॥
অশ্বত্থামা বীৰ দুৰ্য্যোধন মহাবলী।
পলুৱাইল কৰ্ণক ৰাজাৰ ৰথে তুলি ॥ ২৫১৬৬
দুঃশাসন আদি কৰি সকলে সোদৰ।
সাত্যকিক বেঢ়ি প্ৰহাৰিলা ঘোৰ শৰ ॥
সবাকো বিৰথী কৰিলন্ত যুযুধানে।
ভীমৰ প্ৰতিজ্ঞা ৰাখি নমাৰিলা প্ৰাণে ॥ ২৫১৬৭
অশ্বত্থামা আদি কৰি মহাৰথীগণ।
সাত্যকিক বেঢ়ি কৰিলেক ঘোৰ ৰণ ॥
ৰথভঙ্গ সবাৰো কৰিলা যুযুধানে।
ৰণ জিনি আসিলন্ত হৰি বিদ্যমানে ॥ ২৫১৬৮
হাহাকাৰ কৰিয়া পলাই কুৰুগণ।
সাত্যকিক বোলে সবে প্ৰশংসা বচন ॥
কৃষ্ণ ধনঞ্জয়ৰ সমান যুযুধান।
তিনিবো সমান পৃথিবীত নাই আন ॥ ২৫১৬৯
সাত্যকিৰ সাৰথি সোদৰ দাৰুকৰ।
ৰথ নিৰ্ম্মিলেক যেন গন্ধৰ্ব্ব নগৰ ॥

ৰণ জিনি তাতে চৰিলন্ত যুযুধান।
গোবিন্দ চৰণে গৈয়া কৰিলা প্ৰণাম ॥ ২৫১৭০
ভীমসেনে বুলিলন্ত অৰ্জ্জুনক চাই।
তোমাৰ কাৰণে আজি কৰ্ণে পাইলা লাই ॥
প্ৰতিজ্ঞা পালিয়া আমি নামাৰো সংগ্ৰামে।
এহি জানি দুনাই দুনাই যুঁজে কুলাধমে ॥২৫১৭১
একবাৰ দৈৱযোগে কৰিল বিৰথা।
সবাকো শুনায়া মোক মাতিল ৰিকৰ্থি ॥
বোলে অৰে ভাঙ্গৰাও বুঢ়া পাপশালী।
যুদ্ধত কাতৰ বুলি পাৰিলেক গালি ॥২৫১৭২
যেহি মোক ওবুৰা বোলয় সাক্ষাতত।
তাক মাৰি মই দেওঁ যমৰ ঘৰত ॥
তুমি জানা হেন সত্য পূৰ্ব্বত কৰিলোঁ।
মাৰো কৰ্ণ বুলি বজ্ৰমুঠিক ধৰিলোঁ ॥ ২৫১৭৩
ত্ৰয়োদশ বছৰৰ যত বনক্লেশ।
সভামাজে দ্ৰৌপদীৰো লাঞ্ছনা বিশেষ ॥
সেহিবেলা সবে আসি পৰিলা মনত।
বোলা সবে ক্ৰোধ বিষ সমৰ্পো কৰ্ণত ॥ ২৫১৭৪
সি বেলাত আসি মোৰ পৰিল মনত।
অৰ্জ্জুনেসে কৰ্ণক বধিবে সমৰত ॥
সমাজ মাজত বীৰে কৰিলা শপত।
কৰ্ণক মাৰিয়া মই নিবো যমপথ ॥ ২৫১৭৫
তোমাৰ সত্যত নেদেখাইলো যমলোক।
সি গুণে পাপিষ্ঠ বহু নিন্দিলেক মোক ॥
তুমি যেবে মাৰিবাহা মাৰিয়ো সকল।
তুহি যেবে গদা ধৰি মই হুইবো কাল ॥ ২৫১৭৬
ভীমৰ বচন শুনি ধনঞ্জয়বীৰ।
কৰ্ণৰ মুখত দুই চক্ষু কৰি থিৰ ॥
বচন বুলিল তিনিলোক চমৎকাৰ।
শুনিয়া লোকৰ ভৈলা হৃদয় দোহাৰ ॥ ২৫১৭৭
শুন শুন কৰ্ণ ৰাধাসুত কুলাধম।
এতিক্ষণে যুযুধানে জিনিল সংগ্ৰাম ॥
নমাৰিয়া যুযুধানে এৰিলেক তোক।
মই নোবাৰিলে মাৰিবেক কোন লোক ॥ ২৫১৭৮
আমি তিনিবাৰ শৰ প্ৰহাৰিলোঁ তোক।
দুৰ্য্যোধনে বোলে কৰ্ণ চলে যমলোক ॥
তিনিয়ো শায়কে কাটিলন্ত গুৰুসুত।
ধনুৰ্ব্বেদ বলে নোবাৰিলা যমদূত ॥ ২৫১৭৯
বহুবাৰ বিৰথী কৰিলা ভীমসেন।
একাক্ষৰো নুবুলিলা নিন্দিত বচন ॥
একবাৰ দৈৱবশে কৰিল বিৰথী।
মোক শুনাই শুনাই তই মাতিলি বিকৰ্থি ॥২৫১৮০
বৰ ঘিণে চিকা নমাৰয় সৰ্ব্বজনে।
গন্ধমাৰ্দ্দন নাম বোলা যে আপুনে ॥
দ্ৰোণক মাৰিয়া তোক মাৰিবোহো মই।
তিন দিন সুখভোগ ভুঞ্জ গৈয়া তই ॥ ২৫১৮১
দান ধ্যান কৰি পুত্ৰ ভাৰ্য্যাক সম্বোধ।
যাৱে অৰ্জ্জুনৰ গাৱে নতু উঠে ক্ৰোধ ॥
যদিবা স্বৰ্গেসে যাস পাতালে লুকাস।
তথাপি তোহোৰ মই চিন্তিবো বিনাশ ॥ ২৫১৮২
সৌভদ্ৰক মাৰিলাহা মোৰ পৰোক্ষত।
বৃহৎসেনে মাৰিবোহো তোহোৰ আগত ॥
হিয়াত দিবোহো শাল শুনৰে মুগুধ।
তোহোৰ নিমিত্তে যুদ্ধ কৰিবো আয়ুধ ॥ ২৫১৮৩
ৰাজসূয় যজ্ঞত জিনিলোঁ ৰাজগণ।
ধন দিয়া দুৰ্য্যোধনে কৰিলে আপোন ॥
সকলে সহিতে ৰাজা চতুৰ্থ দিনত।
সুখে থাকিয়োক থৈয়া যমৰ পুৰত ॥ ২৫১৮৪
যেতিক্ষণে ধনঞ্জয় সঙ্কল্প কৰিল।
সেনামধ্যে গলাৰাৱ পৃথিৱী কম্পিল ॥
পৰ্ব্বতো লৰিল মহোদধি খলকিল।
কৌৰৱী সেনাৰ মাজে নিৰ্ঘাত পৰিল ॥ ২৫১৮৫
দুৰ্য্যোধনে শুনিলেক অৰ্জ্জুনৰ বাণী।
মনে থিৰ কৰিল স্বৰূপ হেন জানি ॥
একোজনে তাত নেদিলেক প্ৰত্যুত্তৰ।
সেহিক্ষণে অস্তাগত ভৈলা দিবাকৰ ॥ ২৫১৮৬

কৃষ্ণ-অৰ্জ্জুনৰ কথোপকথন
ছবি

অনন্তৰে নাৰায়ণ অৰ্জ্জুনক ৰঙ্গমনে
গলে বান্ধি বুলিলা বচন।
দিনতে সৈন্ধৱ মাৰি প্ৰতিজ্ঞাৰ পাৰ ভৈলে
ধন্য ধন্য পাণ্ডুৰ নন্দন॥
পৃথিবীমণ্ডলে যত বলিয়াৰ বীৰ আছে
যাক জানে তিনিয়ো জগতে।
তোমাত অধিক কেহো নাহি বীৰ তুমি সম
সবে আছে কৌৰৱীদলতে॥ ২৫১৮৭
যাক দেখি মহেন্দ্ৰৰো মনত বিস্ময় মিলে
তাক জিনিলাহা একৰথে।
মনে মনে গুণি মই তোমাৰ সমান বীৰ
নপাবোহো তিনি জগততে॥
যেন দেখোঁ পৰাক্ৰম শঙ্কৰেসে তৰ সম
আন জন নাহিকে উপমা।
কুৰুসেনা মহাৰ্ণৱ গো-পদৰ সম ভৈল
কি কহিবো বলৰ মহিমা॥ ২৫১৮৮
যি কালত ৰাধাসুতে পুত্ৰ নাতি সমন্বিতে
মৰিয়া চলয় যমঘৰ।
পৰম আনন্দ দেখি হৃদয় সন্তোষ সখি
তোমাক মই বঢ়াবো বিস্তৰ॥
প্ৰতিজ্ঞা সাফল ভৈল দিনমান অস্ত গৈল
কিছু কাৰ্য্য নাহি ইথানত।
চৰণ যুগলে বন্দি যুদ্ধৰ কাহিনী কহোঁ
ধৰ্ম্মসুত ৰাজাৰ আগত॥ ২৫১৮৯
মাধৱৰ বাণী শুনি অৰ্জ্জুনে মাতিলা গুণি
সবে সখি স্বৰূপ বচন।
তিনিয়ো লোকৰ মাজে তাহাৰ কি ভঙ্গ আছে
যাহাৰ সাৰথি নাৰায়ণ॥
তুমি ধাতা তুমি কৰ্ত্তা তুমি কাল সংহৰন্তা
মাৰে সেনা আপুনি বধিলা।
আপোনাৰ যশপুঞ্জ পৃথিবীমণ্ডলে জলে
মৰেগাৰি মোহে সমৰ্পিলা॥ ২৫১৯০

তোমাৰ সেৱক আমি আমাৰ নায়ক তুমি
তুমি সখি পাণ্ডৱৰ গতি।
তোমাৰেসে প্ৰসাদত হৰাইবাৰ ৰাজ্যখানি
লভিলন্ত পাণ্ডৱ নৃপতি॥
যাহাৰ চৰণ ৰেণু সেৱা কৰি মুনিগণে
অবিকলে সাধিল সুকৃতি।
সাক্ষাতে পৰম ব্ৰহ্ম হাতে হাতে লাগ পায়া
মই মাৰোঁ সৈন্ধৱ নৃপতি॥ ২৫১৯১
হাতত গাণ্ডীৱ ধৰি বিষ্ণুক সহায় কৰি
নিস্তৰিলোঁ কুৰুসেনা মাজে।
সজ্জন সমাজ পাইবে কথাৰ প্ৰসঙ্গ ভৈলে
ইকথা কহিবো কোন লাজে॥
এহি শুনি নাৰায়ণে ৰথখান ডকাইলন্ত
মহাবেগে ৰথখান ছুটি।
কেহো দেখিলেক কেহো দেখিবাক নপাইলেক
যেহেন এৰন্তা আখি ফুটি॥ ২৫১৯২
যুধামন্যু উত্তমোজা ভীমসেনে যুযুধান
চাৰি বীৰ লগে চলিলন্ত।
যুদ্ধৰ দুৰ্গম ভূমি প্ৰত্যেক প্ৰত্যেক কৰি
হৰি অৰ্জ্জুনত দেখাইলন্ত॥
সুদক্ষিণ প্ৰতিমুখে ধৰ ধৰ বীৰগণে
যাহা তুমি গৈয়া আছা মাৰি।
অস্ত্ৰ শস্ত্ৰ ধৰি ধৰি জীয়ন্তে আছয় যেন
পৰিয়া আছয় শাৰী শাৰী॥ ২৫১৯৩
এসবাৰ অলঙ্কাৰ পৃথিবীত বণে সাৰ
হীৰা মণি মাণিক খচিত।
অগ্নিৰ সমান কান্তি ৰাত্ৰি দিনে প্ৰকাশয়
পৰি আছে সমৰ ভূমিত॥
শুক্ল ছত্ৰসব হুয়া শাৰী শাৰী পৰি আছে
শুদ্ধ মাণিকৰে তাত কাম।
সুবৰ্ণে বন্ধোৱা সবে অস্ত্ৰ শস্ত্ৰ পৰি আছে
দিবে লাগি নাহিকে উপাম॥ ২৫১৯৪
এৰৈক ৰাখৰ সবে জানিবাক লাগিয়াছে
যাৰ কপ থাকো চাই চাই।

ৰজ্জৰ নিমিত্তে ৰাজা কাটা কাটি কৰি মৰে
আৰে আক সোধন্তাও নাই ॥
গদা ধনু ধৰি ধৰি ৰব ৰব ৰাজাগণ
পৰিয়া আছয় ক্রমে ক্রমে।
প্রিয় মহিষীক যেন গলে বান্ধি ধৰি ধৰি
শুতিয়া আছয় সিংহাসনে ॥ ২৫১৯৫
আৰো এক চিত্র সখি ৰঙ্গমনে চাহিয়োক
আপোনাৰ নিজ বাহুবলে।
দিব্য অস্ত্র যোগে যিবা সৰোবৰ নির্ম্মিলাহা
ফটিক সমান যাৰ জলে ॥
হংস চক্রবাক তাত পৰি পৰি কেলি কৰে
শাৰী শাৰী ফুলিল পদ্মিনী।
সমৰত শ্রান্ত হুয়া হস্তী হয় সেনাগণ
জল পান কৰে নামি-নামি ॥ ২৫১৯৬

---

যুধিষ্ঠিৰৰ আগত জয়দ্রথ বধৰ বৃত্তান্ত কথন

দুলড়ী

হেন কথা মতে কৃষ্ণ ধনঞ্জয়
পাইলন্ত আপোন দল।
চাৰি মহাবীৰে শঙ্খ ফুকিলন্ত
গাৱে যত আছে বল ॥
শঙ্খ ধ্বনি শুনি নৃপ চূড়ামণি
মহাৰাজ যুধিষ্ঠিৰ।
হেৰা পাইল আসি কৃষ্ণ ধনঞ্জয়
মনে কৰিলন্ত থিৰ ॥ ২৫১৯৭
ৰথৰ নামিয়া লৰৰ দিলন্ত
আনন্দতে মগ্ন ভৈলা।
সেহিক্ষণে আসি কৃষ্ণ ধনঞ্জয়
ৰাজাৰ আগে মিলিলা ॥
ৰথৰ নামিয়া কৃষ্ণ ধনঞ্জয়
নমিলা ৰাজাৰ পাৱ।
ৰাজাগণে বান্ধি হৰিষ লোতকে
তিয়াইলা দুইহাতো গাৱ ॥২৫১৯৮

গাৱ লুন্তি মুন্তি বচন বুলিল
শুনা প্রভু দামোদৰ।
তোমাৰ প্রসাদে পুনৰপি জন্ম
লভিল মোৰ সোদৰ ॥
তোমাকে আৰাধি দেৱ সুৰপতি
পাইলন্ত অমৰাৱতী।
তুমি নাৰায়ণ প্রভু নিৰঞ্জন
তুৱা পাৱে মোৰ গতি ॥ ২৫১৯৯
কৰযোৰ কৰি বুলিলন্ত হৰি
শুনিয়োক মহাৰায়।
তব ক্রোধদৃষ্টি দুষ্ট সিন্ধুপতি
চলি গৈলা যমালয় ॥
যত কুৰুবীৰ আগে মৰি আছে
তোমাৰ ক্রোধৰ হিত।
পাচে ধনু ধৰি ৰথে চৰি বীৰে
অর্জ্জুন হৈব নিমিত্ত ॥ ২৫২০০
ভীম যুযুধানে ৰাজাক বন্দিল
সব নৃপগণ মাজে।
গলে বান্ধি বান্ধি প্রশংসা বচন
বুলিলন্ত ধর্ম্মৰাজে ॥
শুভা সভাসদ পদ ভাৰতৰ
নিচিন্তিবা আনকাম।
সৈন্ধৱৰ বধ হৈল সমাপত
ডাকি বোলা ৰাম ৰাম ॥ ২৫২০১

---

কুৰু-পাণ্ডৱৰ নৈশ-যুদ্ধ

পদ

মোৰ ৰণে যদি জয়দ্রথ ভৈল হত।
অনন্তৰে কেন কথা মিলিল পাচত ॥
বীৰ জয়দ্রথ যদি হত ভৈল ৰণে।
কি কর্ম্ম কৰিলা তেৱে মোৰ পুত্রগণে ॥ ২৫২০২
সৈন্ধৱ নৃপতি পৰি ৰণৰে গৈলা।
শুনি দ্রোণসেনাপতি কি বাক্য বুলিলা ॥

বাধাসুত আদি কৰি যত বীৰগণ ।
তেসমে শুনিয়া কি কৰিল আলোচন ॥ ২৫২০৩
নিশাকালে কেন থান মিলিল সমৰ ।
কোন বীৰ পৰি গৈল যমৰ নগৰ ॥
সঞ্জয়ে বোলন্ত শুনিয়োক নৃপবৰ ।
যেন যুদ্ধ ভৈল পাচে কুৰু পাণ্ডৱৰ ॥ ২৫২০৪
যেবে জয়দ্ৰথ পৰি গৈল যমঘৰ ।
সেহি সময়ত অস্ত গৈল দিবাকৰ ॥
ৰণস্থলী মাজে শোক কৰে কুৰুপতি ।
তথাতে মিলিল আসি সকলে নৃপতি ॥ ২৫২০৫
কৰ্ণ গুৰু দ্ৰোণ কৃপ শল্য কৃতবৰ্ম্মা ।
দুঃশাসন শকুনি দুৰ্ম্মুখ অশ্বত্থামা ॥
আনো যত বীৰগণ কৌৰৱীদলৰ ।
ৰাজাক আবৰি থাকি গৈলা নিৰন্তৰ ॥ ২৫২০৬
আউৰক আউৰে নকৰয় সম্ভাষণ ।
নাহি দম্ভ দৰ্প কিছু তৰ্জন গৰ্জন ॥
কুৰুপতি দেখিলা আসিল ৰাজাচয় ।
জয়দ্ৰথ নৃপতিক সুমৰি কান্দয় ॥ ২৫২০৭
পূৰ্ব্বজন্মে কিনো পাপ আচৰিলোঁ বাপ ।
কি কাৰণে পাইলোঁ ঘোৰ দাৰুণ সন্তাপ ॥
পিতামহ হত ভৈল পাইলোঁ বৰ ত্ৰাস ।
তোমাতে কৰিলোঁ বৰ সমৰৰ আশ ॥ ২৫২০৮
তুমিয়ো পৰিলা মোৰ কৰমৰ ফলে ।
জানিলো পাণ্ডৱে ৰাজ্য পাইল অৱিকলে ॥
সুৰাসুৰ নৰে নুহি তোমাৰ সমান ।
অৰ্জ্জুনৰ হাতে পৰি হত ভৈল প্ৰাণ ॥ ২৫২০৯
কোন থানে গৈল প্ৰাণ মিত্ৰ জয়দ্ৰথ ।
তোমাৰ সমান বন্ধু নাহি সংসাৰত ॥
জয়দ্ৰথ শোকে ৰাজা বাভুল আকাৰ ।
নয়নৰ হন্তে বহি যায় জলধাৰ ॥ ২৫২১০
বিস্তৰ বিলাপ আৰো কৰিলা নৃপতি ।
গুৰুৰ পাশক লৰি গৈল মহামতি ॥
যেনমতে অৰ্জ্জুনে বধিলা সৈন্ধৱক ।
সকলে কহিলা তৈয়ো গুৰুৰ আগত ॥ ২৫২১১

সমৰত ভীষ্ম পিতামহ ভৈল হত ।
আউৰ কেনে জয় আশা কৰিবো মনত ॥
সুৰাসুৰ নৰে নুহি যাহাৰ সমান ।
হেন ভগদত্ত পৰি গৈল যমথান ॥ ২৫২১২
সাত অক্ষৌহিণী সেনা অসংখ্যাত ৰথ ।
সবাকো ভেদিয়া মাৰিলন্ত জয়দ্ৰথ ॥
মোৰ অৰ্থে যুদ্ধ কৰে যত ৰাজাচয় ।
সবাকো বধিলা ৰণে বীৰ ধনঞ্জয় ॥ ২৫২১৩
পৃথিৱীৰ আছিলেক যত নৃপবৰ ।
আমাৰ নিমিত্তে যুদ্ধ কৰিলা বিস্তৰ ॥
সকলে পৰিল ভীম অৰ্জ্জুনৰ হাতে ।
আৰ কেনে জয় আশা কৰিবো মনতে ॥ ২৫২১৪
যতেক মৰাইলোঁ বন্ধুজন ইষ্টমিত্ৰ ।
কোটি অশ্বমেধ কৰি নুহিকো পবিত্ৰ ॥
পৰম লুবুধ মই পাপী দুৰাচাৰ ।
মহাধৰ্ম্মী ধ্বজী মোত পৰে নাহি আৰ ॥ ২৫২১৫
জগত সংহাৰী মই পাতকী প্ৰধান ।
মৰিলেয়ো হৈবে মোৰ নৰকত স্থান ॥
বীৰ শয়নত পৰি ভীষ্ম পিতামহ ।
বুলিলা বচন মোক কৰি অনুগ্ৰহ ॥ ২৫২১৬
নকৰিবি ভয় মোত পাণ্ডৱত হন্তে ।
ভাৰতৰ যুদ্ধ সাঙ্গ হৌক মোৰ অন্তে ॥
ভ্ৰাতৃভাৱে বাটি ভোগ কৰা বসুন্ধৰী ।
নুহি তেবে যুঁজা সবান্ধৱে যাইবা মৰি ॥ ২৫২১৭
সিসব বচন মই মনে নধৰিলোঁ ।
তোমাসাৰ বাক্যে যুজিবাক সাজ ভৈলোঁ ॥
তুমি গুৰু পিতৃ মোৰ তুমি পিতামহ ।
সৰ্ব্বভাৱে কৰি আছোঁ তোমাতেসে গহ ॥ ২৫২১৮
আপুনি কৰিছা গুৰু অঙ্গীকাৰ যত ।
সকলে বিফল ভৈল মোৰ কপালত ॥
তোমাকেসে নমস্কাৰ কৰিলা অৰ্জ্জুনে ।
চক্ৰব্যূহ ভেদিয়া পশিলা তেতিক্ষণে ॥ ২৫২১৯
তুমি গাৱ লগাই কৰিলা হন্তে ৰণ ।
তেবে ব্যূহ ভেদিবাক পাৰে ভীমসেন ॥

সাত্যকি পশিলা গৈয়া তুমি বিদ্যমানে।
জৰাসন্ধ নৃপতিক বধিলেক প্ৰাণে ॥ ২৫২২০
বীৰ ভূৰিশ্ৰবাক বধিলা তাতপৰে।
ৰঙ্গ চাহি আছিলাহা সবে বীৰবৰে ॥
জয়দ্ৰথ নৃপতি চাহিলা পলাইবাক।
সবে মিলি দৰ্প কৰি ৰাখিলাহা তাক ॥ ২৫২২১
সবাৰে আগত তাক বীৰ ধনঞ্জয়।
শিৰ কাটি পেঠিলেক যমৰ নিলয় ॥
শিশুকাল হন্তে তুমি অৰ্জ্জুনৰ হিত।
নিশ্চয় জানিলোঁ গুৰু তোমাৰ ইঙ্গিত ॥ ২৫২২২
সুহি কি তোমাৰ আগে বীৰ ধনঞ্জয়।
জয়দ্ৰথ নৃপতিক বধিবে পাৰয় ॥
বজ্ৰ ধৰি যদ্যপি আসন্ত সুৰপতি।
তাকো জিনিবাক আছে তোমাৰ শকতি ॥ '২৩
তথাপি সুযুঁজা গুৰু মোৰ কৰ্ম্মফলে।
এবেসে জানিলোঁ মৰি যাইবো ৰসাতলে ॥
নৃপতিৰ বাণী শুনি পাচে গুৰুদ্ৰোণে।
অধোমুখে নমাতি আছিলা কতোক্ষণে ॥ ২৫২২৪
পাচে গুৰুদ্ৰোণে হেন বুলিলা বচন।
শুন অৰে দুৰ্য্যোধন গান্ধাৰীনন্দন ॥
বাক্যশৰে ভেদি কিয় মাৰস আমাক।
আমিয়ো মৰিব যুঁজি দিনা দুই থাক ॥ ২৫২২৫
তেবে তোৰ মনত আনন্দ হুইবে বৰ।
কৰ্ণ শকুনিৰ লগে ৰাজ্য ভোগ কৰ ॥
মিছা পাশ সাজি তই তাসম্বাৰ বোলে।
অজাতশত্ৰুক তই বনক খেদিলে ॥ ২৫২২৬
মৃগচৰ্ম্ম পৰিধান বাকলি বসন।
নিৰাহাৰে দুখ ভুঞ্জিলন্ত বনে বন ॥
উভয় কুলত শুদ্ধা দ্ৰুপদৰাজীয়াৰী।
দুঃশাসনে সভাক আনিলে চুলে ধৰি ॥ ২৫২২৭
ৰাজ সমাজত বস্ত্ৰ কাঢ়ি লৈবে চাইলে।
উৰুত বৈসাইলে নিয়া ৰজস্বলা কালে ॥
জোগৃহ সাজি পুৰি মাৰিবাক চাইলে।
বিষ লাক দিলা বান্ধি পেলাইলাহা জলে ॥ ২৫২২৮
কৰ্ণ শকুনিৰ বোল হিত হেন জানি।
আমাৰ বচন তোৰ নপশিল কাণি ॥
বিদুৰে যতেক তোক বুলিলেক হিত।
দুৰ্জ্জনৰ বোলে তাক দেখিলাহা তিত ॥ ২৫২২৯
কৰ্ণ শকুনিৰ বোলে সাজি মিছা পাশ।
পাণ্ডৱক খেদি কাঢ়ি লৈলা গৃহবাস ॥
পাণ্ডৱে পাতিলা পাশা আতি বিপৰীত।
অস্থি মজ্জা ভেদি মাংস পিবেক শোণিত ॥ ২৫২৩০
শকুনি মাতুল সখা কৰ্ণ দুঃশাসন।
নকৰিলে কেনে জয়দ্ৰথক ৰক্ষণ ॥
মই অৰ্জ্জুনক নৰাখিলোঁ স্নেহ মনে।
কোনে ছাই উকৰাইলে মহাৰথীগণে ॥ ২৫২৩১
বেঢ়িয়া আছিলা সবে মহাৰথীগণে।
তথাপি কাটিলা শিৰ দুৰ্জ্জয় অৰ্জ্জুনে ॥
তাসম্বাৰ কিছু নাই শবে শুদ্ধ বুদ্ধ।
বুঢ়া ব্ৰাহ্মণক লাগি ভৈল বৰ ক্ৰোধ ॥ ২৫২৩২
অন্নবস্ত্ৰে আমাক পুষিলা বহুদিন।
প্ৰাণ দিয়া অৱশ্যে শুজিবো সিটো ঋণ ॥
প্ৰাণত অধিক দিবে আন বস্তু নাই।
তোৰ অৰ্থে তাকো দিবো জানিয়ো নিশ্চয় ॥২৫২৩৩
যতেক কৰিলি মানে সকলে অকাৰ্য্য।
আপোনাৰ দোষে হৰুৱাইলা নিজৰাজ্য ॥
যি ভৈল সি ভৈল ৰাজা এৰা অসন্তোষ।
সকলে জানিবা বুঢ়া ব্ৰাহ্মণৰ দোষ ॥ ২৫২৩৪
এতো হেন কৰা তুমি মোৰ বোল লৰা।
নিশানত ৰাৰি দিয়া শল্যক জন্টাৰা ॥
দাৰুণ যুদ্ধত শ্ৰান্ত বাৰ ধনঞ্জয়।
ভীম সাত্যকিয়ো দুয়ো মৃতক আলয় ॥ ২৫২৩৫
পাণ্ডৱৰ অল্পসেনা আমাৰ বিস্তৰ।
এহি তিনি দিনে কোনে কৰিবে সমৰ ॥
দুৰ্ঘোৰ ৰজনী আতি ঘোৰ অন্ধকাৰ।
সম দলে বেঢ়ি চিন্তো পাণ্ডৱৰ মাৰ ॥ ২৫২৩৬
গুৰুৰ মন্ত্ৰণা শুনি ৰাজা দুৰ্য্যোধন।
নিশান ঘূৰিয়া প্ৰজা [illegible]

বাদ্যে ভণ্ডে দণ্ডে ছত্ৰে ধ্বজে গজ বাজী।
চতুৰঙ্গ দলে সেনাসব গৈল সাজি ॥ ২৫২৩৭
যত মহাৰথী অৰ্দ্ধৰথী নিৰন্তৰে।
পাণ্ডৱক বেঢ়িলেক যে পুৰে তে পুৰে ॥
সঞ্জয়ে বোলন্ত শুনা ৰাজা কুৰুপতি।
তাত পাচে কেন ভৈল কহিবো সম্প্ৰতি ॥২৫২৩৮
এহিমতে যুদ্ধক সাজিলা ৰাজাগণ।
কৰ্ণক সম্বোধি পাচে মাতে দুৰ্য্যোধন ॥
দেখা ৰাধাসুত কেনে আমাৰ বিলাই।
কৃষ্ণক সহায় লৈলা বীৰ ধনঞ্জয় ॥ ২৫২৩৯
গুৰু দ্ৰোণে ব্যূহ পাতিলন্ত বিপৰীত।
আছোক মনুষ্য দেৱে নপাৰে লঙ্ঘিত ॥
তাক ভেদি পশিলেক একে ৰথে সাজি।
পৰিল বিস্তৰ ৰথ ধ্বজ গজ বাজী ॥ ২৫২৪০
প্ৰতিজ্ঞা সাফলি পাচে বীৰ ধনঞ্জয়।
জয়দ্ৰথ নৃপতিক বধিলা লীলায় ॥
সবে বীৰগণে সাজি আছিলা সম্প্ৰতি।
ৰাখিবাক লাগি কাৰো নভৈল শকতি ॥ ২৫২৪১
দেখিয়ো ৰাধেয় কেনে গুৰুৰ দুৰ্গুণ।
দ্বাৰ এৰি দিলা তাতে পশিল অৰ্জ্জুন ॥
সবাতো অধিক স্নেহ অৰ্জ্জুনত চাৰ।
তাতেসে দিলন্ত এৰি ব্যূহৰ দুৱাৰ ॥ ২৫২৪২
নুহি ব্যূহ ভেদিবে শকতি আছে কাৰ।
নমস্কাৰ কৰিলেক নামিয়া ৰথৰ ॥
যাতে আশা কৰোঁ মই তাৰে কূটবুদ্ধি।
আউৰ কেনমতে মোৰ কাৰ্য্য হৈবে সিদ্ধি ॥ '৪৩
হেন শুনি ৰাধাসুতে দিলন্ত উত্তৰ।
গুৰুক বিস্তৰ ক্ৰোধ এৰা নৃপবৰ ॥
আন বল বীৰ্য্য যেন যত পৰাক্ৰম।
যেন তান ৰথগতি যেন শৰশ্ৰম ॥ ২৫২৪৪
প্ৰাণ পৰিশ্ৰমে যুঁজে আপোনাক লাজে।
তাহাঙ্ক গৰিহা তুমি কৰা কোন কাজে ॥
যিবেলা অৰ্জ্জুন ভৈলা ব্যূহৰ ভিতৰ।
আত কিছু দোষ নাই আচাৰ্য্য দ্ৰোণৰ ॥ ২৫২৪৫
হৃদি দক্ষ যুৱা পুষ্ট সুদৃঢ় সন্ধান।
দিব্য অস্ত্ৰ ধৰি ৰথ বাণৰ লক্ষণ ॥
মাধৱে আছন্ত যাৰ ধৰি ৰাঘজৰী।
অভেদ্য কৱচ গাৱে আছয় আবৰি ॥ ২৫২৪৬
বিশেষত ব্ৰহ্মগন্ধ বীৰ অস্ত্ৰ বল।
ৰথৰ বেগত গাৱ কৰে তলবল ॥
প্ৰহাৰ নুহিকে দৃঢ় কাম্পে হাত ভৰি।
এতেকে গুৰুৰ দোষ ধৰিবে নোৱাৰি ॥ ২৫২৪৭
তথাপি কৰন্ত যুদ্ধ প্ৰাণ পৰিশ্ৰমে।
কোন বীৰ আছে অৰ্জ্জুনৰ দুইবে সমে ॥
এতেকে পশিল বীৰ ব্যূহ ভিতৰত।
সৈন্ধৱক বধিলেক সবাৰে আগত ॥ ২৫২৪৮
এতেকে জানিবা মনোৰথ সবে মিছা।
ভুঞ্জিবাক লাগে কাল ঈশ্বৰৰ ইচ্ছা ॥
জয় পৰাজয় সব কৰ্ম্মেসে প্ৰধান।
হেন জানি নৃপতি এৰিয়ো অপমান ॥ ২৫২৪৯
জতুগৃহ সাজি পুৰি মাৰিবাক চাইলা।
বিষ লাক দিলা বান্ধি জলত পেলাইলা ॥
কিসক তথাপি মাৰিবাক নোৱাৰিলা।
ৰাজ্যভাৰ কাঢ়ি লই বনক খেদাইলা ॥ ২৫২৫০
পাঞ্চ গুটি ভাই বিনে নাহিকে সহায়।
ভৈল দীন-দৰিদ্ৰ পাণ্ডৱ সমুদায় ॥
বনবাসে দুখ ভুঞ্জি আইলা পাঞ্চোভাই।
ধৰ্ম্মেসে প্ৰধান পৌৰুষতা কিছু নাই ॥ ২৫২৫১
হেন জানি ৰাজা দুখ এৰিয়ো মনত।
জয় আসি নভৈল সবেহি হৈবো হত ॥
ইকথা থাকোক আপোনাৰ চিন্তা হিত।
যুঁজিবাক লাগি সাজ হুয়োক ত্বৰিত ॥ ২৫২৫২
কৰ্ণৰ বচন হেন শুনি তেতিক্ষণে।
বাদ্য ভণ্ড অনেক বজাইলা দুৰ্য্যোধনে ॥
বাদ্য ভণ্ডে দণ্ডে ছত্ৰে ধ্বজে গজে বাজী।
চতুৰঙ্গ দলে বহুতৰ বলে সাজি ॥ ২৫২৫৩
যত মহাৰথীগণ ধাইলা একে বাৰে।
বোলে পাণ্ডৱক বধিবাক সাৰে সাৰে ॥

দুৰ্য্যোধন নৃপতিও সাজি সমদলে।
ভ্ৰাতৃগণ সমে গৈয়া ভৈলা অনুবলে ॥ ২৫২৫৪
ৰথৰ গৰ্জ্জন ঘোৰ ধনুৰ টঙ্কাৰ।
প্ৰজাৰ আন্দোলে মহী কাম্পে বাৰম্বাৰ ॥
ধৰ মাৰ বুলি প্ৰজা কৰয় আন্দোল।
চিহৰে দন্তাল বেঢ়ি বায়ে ঢাকঢোল ॥ ২৫২৫৫
পাণ্ডৱে দেখন্ত খেদি আসে কুৰুপতি।
আগবাঢ়ি সেনাগণ থাকে বান্ধি পাতি ॥
পাচে একখান আসি ভৈলা দুয়োদল।
প্ৰাণ পৰিশ্ৰমে ৰণ লাগিল কন্দল ॥ ২৫২৫৬
ৰথে গজে ঘোটকে ঘোটকে ৰণ কৰে।
হস্তীয়ে হস্তীয়ে যুঁজি দুয়োগোটা মৰে ॥
পাইকে পাইকে যুঁজে হাতে ঢাল কাটি।
ধনুকি ধনুকি যুঁজে পদাতি পদাতি ॥ ২৫২৫৭
কি কহিবো ৰাজা তব পুত্ৰৰ প্ৰতাপ।
মধ্যাহ্ন কালত যেন সূৰ্য্যে কৰে তাপ ॥
সেহি বেলা মহাকোপে ৰাজা দুৰ্য্যোধন।
পাণ্ডৱী সেনাত গই পশিলা তেখন ॥ ২৫২৫৮
ৰথী ৰথ সেনাগণ মাৰিয়া অপাৰ।
ভংগ দিলে পাণ্ডুসেনা তুলি পটোৱাৰ ॥
অনেক বহল যেন পদ্মবনখান।
প্ৰমত্ত মাতঙ্গে পাই কৰিল নিৰ্য্যাণ ॥ ২৫২৫৯
সেহিমতে সেনাগণ মাৰি দুৰ্য্যোধনে।
নিৰ্ভয়ে পশিলা যৈত আছে বীৰগণে ॥
ভীমসেন আদি কৰি যত বীৰগণ।
গাৱে গাৱে সবাকো ভেদিলা দুৰ্য্যোধন ॥ ২৫২৬০
প্ৰথমতে ভীমকে হানিলা দশবাণ।
নকুলক তিনিবাণ কৰিলা সন্ধান ॥
সহদেৱ বীৰক ভেদিল তিনি শৰে।
বিৰাটক ছয় শৰ তাত অনন্তৰে ॥ ২৫২৬১
দ্ৰুপদক তিনি শৰ হানিলেক টানে।
শতেক হানিল শিখণ্ডীক মৰ্ম্মস্থানে ॥
ধৃষ্টদ্যুম্ন বীৰক আগতে ভেট পাই।
সপ্তাদ্ৰশ শৰে তাক খৈলেক জন্টাই ॥ ২৫২৬২
যুধিষ্ঠিৰ ৰাজাক ভেদিলা সপ্ত শৰে।
কৈকেয়ক ভেদিলেক আতি আড়ম্বৰে ॥
সাক্ষাতে আছয় দ্ৰৌপদীৰ পুত্ৰগণ।
গাৱে গাৱে সবাকো ভেদিলা দুৰ্য্যোধন ॥ ২৫২৬৩
সাত্যকিক পাঞ্চ শৰ ভেদি হৃদয়তে।
চেদী নৰপতিক ভেদিলা দৃঢ়মতে ॥
ঘটোৎকচ বীৰক ভেদিলা কুৰি শৰে।
তোমাৰ তনয়ে ৰঙ্গে সিংহনাদ কৰে ॥ ২৫২৬৪
সি বেলাত ৰাজাক দেখন্তে লাগে ভয়।
কালান্তক যম যেন দেখি আতিশয় ॥
হেন দেখি তাক নসহিল যুধিষ্ঠিৰ।
ধনু ধৰি ধাইলা ক্ৰোধে নিশঙ্ক শৰীৰ ॥ ২৫২৬৫
দেখি নসহিল তাক বীৰ দুৰ্য্যোধনে।
দশ শৰে নৃপতিক হানিলা সন্ধানে ॥
আৰো এক শৰ হানি ধ্বজক ছেদিল।
তিনি শৰে নৃপতিৰ ললাটে ভেদিল ॥ ২৫২৬৬
সাৰথিক একশৰে ভেদিলা সন্ধানে।
চাৰিয়ো ঘোঁৰাক ভেদিলেক চাৰিবাণে ॥
পুনৰপি শৰ আৰ কৰিতে নেদিল।
ধৰ্ম্ম নৃপতিৰ ধনু মধ্যতে কাটিল ॥ ২৫২৬৭
ধনুছেদ দেখি পাচে পাণ্ডুৰ কুমাৰ।
আন ধনু ধৰি নিমিষেকে দিলা ধাৰ ॥
কৌৰৱৰ বধহেতু চিন্তিয়া মনত।
দিব্যশৰ একখানি জুৰিলা গুণত ॥ ২৫২৬৮
প্ৰলয়ৰ সূৰ্য্য যেন শৰৰ প্ৰকাশ।
প্ৰচণ্ড কিৰণে বিয়াপিল দশোদিশ ॥
আকৰ্ণ টানিয়া পূৰি কৰিলা প্ৰহাৰ।
মাৰোঁ দুৰ্য্যোধন আজি কৈকেজীয়ে আৰ ॥ ২৫২৬৯
বিদ্যুত সঞ্চাৰে শৰপাট আসে চলি।
হৃদয়ত পৰি ৰথে সমে খৈলা শালি ॥
দাৰুণ প্ৰহাৰে বীৰ নাহিকে চেতন।
বেঢ়িল তেখনে পাঞ্চালৰ সেনাগণ ॥ ২৫২৭০
আপোন ব্যূহক ধৰি আনিবাক চায়।
দেখে গুৰুদ্ৰোণে ৰথ মিলিল আসায় ॥

নৃপতিক ধৰি নেই আপোনাৰ থান।
বহু বুলি বাট ভেটিলন্ত গুৰুদ্ৰোণ ॥ ২৫২৭১
শৰে হানি প্ৰজাক যে কৰিলা জৰ্জ্জৰ।
নৃপতিক এৰি সবে দিলেক লৰৰ ॥
প্ৰচণ্ড বতাসে যেন মেঘ উকৱাইল।
দ্ৰোণ শৰধাৰে প্ৰজা বিভঙ্গে পলাইল ॥ ২৫২৭২
কথমপি দুৰ্য্যোধনে পাইলন্ত চেতন।
আপোন সেনাত গই পশিল তেখন ॥
ৰাজা ধৃতৰাষ্ট্ৰে পাচে পুছে সঞ্জয়ত।
কহা সাৰশেষে পাচে কথা কেনেমত ॥ ২৫২৭৩
নৃপতিক ৰক্ষা কৰি দ্ৰোণ দ্বিজবৰ।
পশিলন্ত পাণ্ডৱৰ সেনাৰ ভিতৰ ॥
গুৰুক দেখিয়া পাণ্ডৱৰ বীৰগণে।
কোন বীৰ আগবাঢ়ি কৰিবেক ৰণে ॥ ২৫২৭৪
কোন বীৰে ৰথচক্ৰ ৰাখে নিৰন্তৰে।
আগ পাচ ৰক্ষা কৰে কোনে আচাৰ্য্যৰে ॥
কালান্তক যম সম যেন ধূমকেতু।
কোনে যুঁজিবেক তাঙ্ক মৰিবাৰ হেতু ॥ ২৫২৭৫
দুৰ্ঘোৰ ৰজনী আতি আৰো অন্ধকাৰ।
কেনমতে বীৰগণে কৰিলা প্ৰহাৰ ॥
সকলে কহিয়ো মোত শুনো ৰঙ্গ কৰি।
নিশাকালে যুঁজি কোন বীৰ গৈল মৰি ॥ ২৫২৭৬
সঞ্জয়ে বোলন্ত ৰাজা শুনা তাতপৰে।
ৰাত্ৰি যেন যুদ্ধ ভৈলা কুৰু পাণ্ডৱে ॥
পাণ্ডৱী সেনাত পশি বীৰ গুৰুদ্ৰোণে।
অসংখ্য পদাতি মাৰি নিলা যমথানে ॥ ২৫২৭৭
হয় হস্তী ৰথী ৰথ মাৰিলা যতেক।
সাৰশেষ কৰি লেখা কৰিবো কতেক ॥
সিবেলাত দ্ৰোণক দেখন্তে লাগে ভয়।
প্ৰলয়ৰ বহ্নি যেন বহিয়া আসয় ॥ ২৫২৭৮
হেন দেখি তাক লগছিল যুযুধান।
দিব্যৰথে চৰি ধাইলা হাতে ধনুখান ॥
দিব্যৰথে চৰি যুধিষ্ঠিৰ নৃপবৰে।
গুৰুৰ সমুখ ভৈলা আতি আতুৰতে ॥ ২৫২৭৯
তাত পাচে ধাইলন্ত দাৰুণ ভীমসেন।
প্ৰজা সংহৰন্তে কালান্তক যম যেন ॥
ধৃষ্টদ্যুম্ন শিখণ্ডী বিৰাট মহাবীৰ।
নকুল সহদেৱ পাঞ্চ পুত্ৰ দ্ৰৌপদীৰ ॥ ২৫২৮০
ভীমৰ তনয় ঘটোৎকচ নাম যাৰ।
দ্ৰুপদ নৃপতি ধাইলা ৰণে অনিৰ্বাৰ ॥
প্ৰভদ্ৰ পাঞ্চাল দ্ৰৌপদীৰ ভাই যত।
দ্ৰোণক ধাইলেক মৃত্যু কৰিয়া পাচত ॥ ২৫২৮১
আৰ যত বীৰগণ পাণ্ডৱীদলৰ।
দ্ৰোণক সমুখ ভৈল ধৰি ধনুশৰ ॥
এহিমতে এক ঠাই ভৈল দুয়োদল।
প্ৰাণ অন্তকাৰী ঘোৰ মিলিল কন্দল ॥ ২৫২৮২
হস্তীয়ে হস্তীক মাৰে ঘোঁৰায়ে ঘোঁৰাক।
পদাতি পদাতি মৰৈ যুঁজি জাকে জাক ॥
ৰথীয়ে ৰথীক যুঁজে ৰথ গতি কৰি।
ঘোৰ শৰধাৰে অন্যো অন্যে যায় মৰি ॥ ২৫২৮৩
সহস্ৰ সংখ্যাত পাৰে ফেকৰা আটাস।
উল্কাসম জ্বলে মুখে দেখি লাগে ত্ৰাস ॥
দুৰ্ঘোৰ ৰজনী অতি ঘোৰ অন্ধকাৰ।
ভূত প্ৰেত পিশাচ যে মিলিল অপাৰ ॥ ২৫২৮৪
শোণিত ভুঞ্জিয়া নাচে কিল কিল কৰি।
অল্পশত প্ৰাণী দেখি তাত যায় মৰি ॥
ধ্বজত পৰিয়া ফেঞ্চা নোৰো নোৰো কৰে।
যাত দেখি প্ৰজাগণ মহাভয়ে মৰে ॥ ২৫২৮৫
উভয় সেনাৰ ঘোৰ মিলিল আন্দোল।
চতুৰ্ভিতি বেঢ়ি সবে বাৰে ঢাকঢোল ॥
ৰথৰ গৰ্জ্জন ঘোৰ ধনুৰ টঙ্কাৰ।
ঘোঁৰায়ে হেসনি কাঢ়ে শুনি চমৎকাৰ ॥ ২৫২৮৬
প্ৰজায় কৰয় বোল ধৰ মাৰ কৰি।
সহিবে নোৱাৰি ভাৰ লৰে বসুন্ধৰী ॥
সন্ধ্যা অৱসানে ঘোৰ মিলিল সমৰ।
কাকো কেয়ো নিচিনয় আপোন কি পৰ ॥ ২৫২৮৭
দুৰ্ঘোৰ ৰজনী আতি ঘোৰ তমোময়।
মেলান নবায় চক্ষু প্ৰজাৰ ধুলায় ॥

একে অন্ধকাৰ নিশি কিছু নেদেখয়।
ধাৰাসাৰে দুয়োদলে শৰ বৰিষয় ॥ ২৫২৮৮
যেন অগ্নি লাগি আছে পৰ্ব্বতক বেঢ়ি।
ফুটে বাহবান ৰাত্ৰি চটচট কৰি ॥
সেহিমত শুনি ঘোৰ ধনুৰ টঙ্কাৰ।
তেৰেসে জানয় শৰ গাৱে পৰে যাৰ ॥ ২৫২৮৯
মৃদঙ্গ গোমুখ শঙ্খ বাৱে ঢাকঢোল।
ফেৰুৱাৰ বাৱে প্ৰজা সমস্তে আকুল ॥
কোন বা আপোন পৰ একো নজানয়।
উন্মত্ত পাগল যেন ন্যাচিয়া ফুৰয় ॥ ২৫২৯০
শোণিতত পৰি ধূলা মানে ভৈল চয়।
শৰীৰৰ অলঙ্কাৰ কৰিলে পসন্ন ॥
সুবৰ্ণ পাথৰ গাৱে গাৱে চন্দ্ৰহাস।
নক্ষত্ৰ সহিতে যেন প্ৰকাশে আকাশ ॥ ২৫২৯১
ভেৰীৰ আটাস পাৱৈ চিহৰে দন্তাল।
শৰৰ সন্ধানে যেন বজ্ৰৰ আফাল ॥
যত হয় হস্তী জম্বুনাদ পৰিবৰ্ত্ত।
সজল জলত যেন প্ৰকাশে বিদ্যুত ॥ ২৫২৯২
গদা মুদগৰ শূল শক্তি কনিয়াল।
পৰশু মুষল অসিশেল ভিণ্ডিপাল ॥
আনো শৰ অস্ত্ৰগণ কৰয় প্ৰহাৰ।
ঘোৰ শৰ হানি অন্যো অন্যে চিন্তে মাৰ ॥ '৯৩
দুৰ্য্যোধন ৰাজা ভৈল প্ৰচণ্ড বাতাস।
হয় হস্তী ৰথে মেঘে জুৰিল আকাশ ॥
নানা বাদ্য গৰ্জ্জন যে চাপ ধ্বজদণ্ড।
দ্ৰোণযে পাণ্ডৱ দুয়ো ভৈল মেঘখণ্ড ॥ ২৫২৯৪
খড়্গ শক্তি গদা ভৈল সাক্ষাতে অগনি।
শৰ ধাৰাবৃষ্টি জলে বৰিষয় ছানি ॥
সেহি বৃষ্টি জলে ভিজি হয় কম্পমান।
ক্ষতিহত হুবা অন্যো অন্যে ছাৰৈ প্ৰাণ ॥২৫২৯৫
দুৰ্ঘোৰ ৰজনী শুনি শব্দ ভয়ঙ্কৰ।
ক্ষত্ৰিয় লোকৰ দেখি হৰিষ বিস্তৰ ॥
এহিমতে ৰাত্ৰি যুদ্ধ ভৈল নিদাৰুণ।
পাছে পাণ্ডৱক ক্ৰোধে ধাইলা গুৰুদ্ৰোণ ॥২৫২৯৬

যেহি যেহি বীৰক আগন্তে লাগ পাইল।
কাহাকো বিৰথী কৰি কাটিয়া পেলাইল ॥
সি বেলাত দ্ৰোণে যত কৰিলন্ত হত।
সকলে কহিবো ৰাজা তোমাৰ আগত ॥ ২৫২৯৭
সহস্ৰেক মত্ত হস্তী অযুতেক ৰথ।
একলক্ষ ঘোঁৰাক পেষিলা যমপথ ॥
প্ৰলয়ৰ বহ্নি যেনে লাগি গৈলা বনে।
এক অৰ্ব্বুদেক প্ৰজা মাৰিলেক ৰণে ॥ ২৫২৯৮
এহিমতে প্ৰজা সংহৰন্ত গুৰু দ্ৰোণে।
আগবাঢ়ি একো বীৰে নেদিলেক ৰণে ॥
পলাই প্ৰজাগণ ভয় প্ৰবেশিলা ৰৰ।
ৰণ পৰিহৰি সবে দিলেক লৰৰ ॥ ২৫২৯৯
শুনা সভাসদ মহা পদ ভাৰতৰ।
নাহি আন পুণ্যকথা ইহাত অপৰ ॥
পৃথিৱীৰ ৰাজাগণ একস্থান কৰি।
খণ্ডিলা ভূমিৰ ভাৰ প্ৰভু দেৱহৰি ॥ ২৫৩০০
আক একমনে যিটো পঢ়য় শুনয়।
ধনজন লক্ষ্মী তাক সদায় নেৰয় ॥
মৰিলেও হোৱে বাস বিষ্ণুৰ ভুৱনে।
ইহাত সংশয় কিছু নকৰিবা মনে ॥ ২৫৩০১
দ্বিজ গোপীনাথে কহে এৰা আন মন।
হৰি হৰি বুলি চলা বৈকুণ্ঠভুৱন ॥
হেন জানি সভাসদ আলজাল এৰি।
সঘনে ঘুষিও ৰাম ৰাম হৰি হৰি ॥ ২৫৩০২

---

দ্ৰোণৰ যুদ্ধ

দুলড়ী

ৰাজা ধৃতৰাষ্ট্ৰে পুছে সঞ্জয়তে
কহা পুনু পাচকথা ॥
পাণ্ডু সেনামাৰে পশি দ্বিজৰাজে
কৰিল যেন ব্যৱস্থা ॥
গুৰুক দেখিয়া পাণ্ডৱে আজিয়া
কেনমতে দিলা ৰণ ॥

কোন বীৰ মৰি গুৰু শৰে পৰি
চলিলা যম ৰুৱণ ॥ ২৫৩০৩
সঞ্জয় বদতি শুনা কুৰুপতি
পাচে যেন যুদ্ধ ভৈল।
দ্ৰোণক দেখিয়া পাণ্ডৱে গৰ্জ্জিয়া
বায়ুবেগে খেদি গৈল ॥
দেখি গুৰুদ্ৰোণে মহাক্ৰোধ মনে
ধনুত জুৰিলা শৰ।
কৈকেয় ৰাজাৰ দয়াৰ কুমাৰ
পেষিলন্ত যমঘৰ ॥ ২৫৩০৪
তাত অনন্তৰে দ্ৰোণ দ্বিজবৰে
প্ৰহাৰিলা শৰ ভাটি।
পাঞ্চাল পুত্ৰৰ স্নেহৰ কুমাৰ
শিৰ পেলাইলন্ত কাটি ॥
যেহি যেহি বীৰ নিঃশঙ্ক শৰীৰ
যুঁজিবেক আসে ধাই।
হানি ঘোৰ শৰে দ্ৰোণ দ্বিজবৰে
সবাকে কৰন্ত ছাই ॥ ২৫৩০৫
এহিমতে ৰণে বীৰ গুৰুদ্ৰোণে
প্ৰজাক কৰে সংহাৰ।
দেখি শিৱিৰাজে সাজি বীৰ সাজে
দ্ৰোণক দিলেক ধাৰ ॥
দেখি গুৰুদ্ৰোণে মোৰ বিদ্যমানে
খেদি আসে শিৱিৰাজে।
হানি দশ বাণে সুদৃঢ় সন্ধানে
জাম্ভিলা হিয়াৰ মাজে ॥ ২৫৩০৬
শৰঘাৰ পাই দুগুণ জ্বলিল
শিৱিৰাজ মহাবীৰে।
দ্ৰোণৰ শৰীৰে সপ্তত্ৰিংশ শৰে
ভেদিলেক দৃঢ়তৰে ॥
আউৰ একশৰে দ্ৰোণৰ ৰথৰে
সাৰথিৰ লৈলা প্ৰাণ।
দুনাই জুৰিবাণে সুদৃঢ় সন্ধানে
জাম্ভিলা হিয়াত তান ॥ ২৫৩০৭
সাৰথি পৰিল ঘোঁৰা ছিঙ্গিৰিল
ৰথ ফুৰে চক্ৰাকাৰে।
দেখি গুৰু দ্ৰোণে ধৰিলা তেখনে
বাঘজৰী ঘোটকৰে ॥
আপুনি সাৰথি হুয়া অতিৰথী
প্ৰহাৰিলা শৰ ভাটি।
সাৰথি সহিতে শিৱি নৃপতিৰ
শিৰ পেলাইলন্ত কাটি ॥২৫৩০৮
সাৰথি বিহীন ভৈল গুৰু দ্ৰোণ
দেখিল কুৰু নৃপতি।
সুজান সাৰথি পাঠিলা সম্প্ৰতি
দ্ৰোণৰ ৰথক প্ৰতি ॥
পাচে গুৰু দ্ৰোণে মহাৰঙ্গ মনে
পশিল সেনাৰ মাজে।
লক্ষ কোটি শত হয় হস্তী ৰথ
পেষিলন্ত যমৰাজে ॥ ২৫৩০৯
তাত অনন্তৰে কলিঙ্গ দেশৰে
আছে যত বীৰবৰে।
ধৰি ধনুবাণ ক্ৰোধে কম্পমান
ভীমক ধাইলা সত্বৰে ॥
প্ৰথমে ভীমক হানি পঞ্চশৰে
সপ্তাত্ৰিংশ তাত পৰে।
সাৰথি ধ্বজক চাৰি শৰে ভেদি
দেহ দৰ্ম্ফি আতি কৰে ॥ ২৫৩১০
শৰঘাৰ পাই দুগুণে কিটাই
ভীমসেন বলিয়াৰ।
নামিয়া ৰথতে বিদ্যুত লঙ্কাৰে
চৰিলা ৰথতে তাৰ ॥
ৰথ মাজে উঠি জ্বলয়ত মুষ্টি
মৰাইলন্ত বৰ টানে।
হাড় মুণ্ড তাৰ চূৰ্ণীকৃত ভৈল
মৰিয়া গৈলেক প্ৰাণে ॥ ২৫৩১১
আনো যত বীৰ- গণ ভীমসেনে
খেদি ফুৰি লাগ পাৱে।

তাসম্বাৰ প্ৰাণ লৱে সেহি খান
দুৰ্বাৰ মুঠিৰ ঘাৱে ॥
তাত অনন্তৰে বীৰ বৃকোদৰে
খেদি গৈয়া আথে বেথে ।
ৰাধাৰ তনয় কৰ্ণৰ যে ভাই
চৰিলন্ত তাৰ ৰথে ॥ ২৫৩১২
ধ্ৰুৱৰ শৰীৰে বীৰ বৃকোদৰে
মুষ্টিৰ দিলা প্ৰহাৰ ।
ভাঙ্গি শিৰ খুলি পৃথিৱীত ঢলি
পৰি গৈল যমদ্বাৰ ॥
পাচে ভীমসেনে সিংহ হেন যেনে
নাদিলন্ত বাৰম্বাৰ ।
জয়ৰাত ৰথে চৰি আথে বেথে
লাঠীৰ দিলা প্ৰহাৰ ॥ ২৫৩১৩
দাৰুণ ভীমেৰে দুৰ্বাৰ প্ৰহাৰে
মৰি গৈল দুয়ো ভাই ।
কৰ্ণ সেনাপতি আগতে সম্প্ৰতি
ৰাখিবাক শক্তি নাই ॥
দেখে কোপমনে সূৰ্য্যৰ নন্দনে
শক্তি পাট লৈলা তুলি ।
সৰ্ব লোহাময় জ্বলন্তে আছয়
হানিলেক হুহুবুলি ॥ ২৫৩১৪
কৰ্ণ ভুজবলে আকাশত চলে
শক্তি ঘোৰ ভয়ঙ্কৰ ।
দেখি আলাগতে ধৰিলন্ত হাতে
বীৰবৰ বৃকোদৰ ॥
সেহি শক্তি তুলি হাসি খলখলি
হানিলা কৰ্ণক প্ৰতি ।
বিদ্যুত সঞ্চাৰে দুৰ্বাৰ প্ৰহাৰে
চলয় ঘোৰ শকতি ॥ ২৫৩১৫
শৰ আসে চাহি দেখিয়া শকুনি
প্ৰহাৰিলা শৰ ভাটি ।
আকাশতে যাই শৰে লাগ পাই
ভূমিত পেলাইলা কাটি ॥

হেন দেখি সবে তনু পুত্ৰগণে
ভীমক কৰিলা ধাৰ ।
চতুৰ্ভিতি বেঢ়ি ধৰ মাৰ কৰি
কৰিলা শৰ প্ৰহাৰ ॥ ২৫৩১৬
তনু পুত্ৰগণ দেখি ভীমসেন
পৰম আনন্দ ভৈল ।
খেদি ফুৰোঁ যাক লাগ পাইলোঁ তাক
বিধিয়ে আনি মিলাইল ॥
এহি বুলি ভীমে মহাক্ৰোধ মনে
খেদি গৈল তাসম্বাক ।
দেখিয়া দুৰ্মদে মনত আনন্দে
প্ৰহাৰিলা শৰজাক ॥ ২৫৩১৭
দুৰ্মদৰ শৰ সহি বৃকোদৰ
সন্নিত চাপিলা যাই ।
তোমাৰ পুত্ৰৰ দিব্য ৰথবৰ
ভাঙ্গিলা লাঠীৰ ঘাই ॥
ৰথভঙ্গ দেখি থানিকো নপেখি
লৰৰ দিলেক বেগে ।
দুষ্কৰ্ণ বীৰৰ ৰথৰ উপৰে
উঠিলেক সেহি ছেগে ॥ ২৫৩১৮
হেন দেখি পাচে বীৰ বৃকোদৰ
তথাতে গৈলন্ত ধাই ।
দুষ্কৰ্ণৰ ৰথ নিলা যমপথ
দোভাই থাকিলা চাই ॥
হেন দেখি প্ৰজা- গণে হাহাকাৰ
কৰে সবে উৰ্দ্ধ দৃষ্টি ।
দুইহানো হৃদয় বায়ুৰ তনয়
বৈসাইলন্ত দুই মুঠি ॥ ২৫৩১৯
মুঠিৰ প্ৰহাৰ দুই কুমাৰৰ
হাত মুণ্ড চুৰ ভৈল ।
দেখি বীৰগণে লৱে [illegible] মনে
কতো দূৰ পলাই গৈল ॥
দিব্যৰথে চৰি [illegible] কৰি
ৰাজাৰ পাশক গৈলা ॥

যুধিষ্ঠিৰ আদি　　কৰি বীৰগণে
　সাধু সাধু প্ৰশংসিলা ॥২৫৩২০
অন্ধাসুৰ বধে　　যেন মহেশক
　পূজিলেক দেৱগণে।
সেহিমতে পূজা　　কৰিলা ভীমক
　যতেক ৰাজা প্ৰধানে ॥
তাত অনন্তৰ　　শুনা নৃপবৰ
　যেন ঠান যুদ্ধ ভৈলা।
পুত্ৰশোকে ধাই　　সোমদত্ত ৰায়
　সাত্যকিক খেদি গৈলা ॥২৫৩২১
পুত্ৰৰ সন্তাপে　　সোমদত্ত নৃপে
　বোলয় গৰিহা বাণী।
শুন যুযুধান　　আমাৰ বচন
　অধম পাপী অজ্ঞানা ॥
ক্ষত্ৰিয়ৰ ধৰ্ম্ম　　সবে পাসৰিলি
　যদুবংশে ভৈলি জাত।
শাস্ত্ৰ পুৰাণক　　সবে পাসৰিলি
　জীয়স কিয় সাক্ষাত ॥২৫৩২২
পৰাঙ্মুখ হুই　　অন্তৰি পলাই
　অস্ত্ৰশস্ত্ৰ হাতে নাই।
শৰঘাৰ পাই　　থাকে মূৰ্চ্ছা যায়
　যাত ইটো বধ্য নাই ॥
বিশেষত তই　　গোবিন্দৰ ভাই
　ধনুৰ্দ্ধৰ মধ্যে সাৰ।
পুত্ৰ ভূৰিশ্ৰবা　　শিৰক কাটিলি
　জীৱন তোৰ ধিকাৰ ॥২৫৩২৩
হেন শুনি হাসি　　সাত্যকি বোলন্ত
　শুন সোমদত্ত বীৰ।
তোৰ পুত্ৰ যদি　　সমৰে বধিলোঁ
　তোহোৰ কাটিবো শিৰ ॥
যাত ভাসায়ে　　গৰ্জ্জিয়া কুৰুস
　শুন সোমদত্ত ৰায়।
সকলে কৌৰৱ　　সাজি আসি মোৰ
　কোন উদ্ধাৰিবে তাই ॥২৫৩২৪

তোৰ পুত্ৰ মই　　অন্যায়ে মাৰিলোঁ
　শুনিয়ো উত্তৰ তাৰ।
নানা ছলবল　　শক্ৰক সৰ্পক
　চিন্তিবাক লাগে মাৰ ॥
ভূৰিশ্ৰবা বীৰ　　সমৰে মৰিল
　তাতে বৰ দুখ পাইলি।
মিছা পাশা সাজি　　ধৰ্ম্ম নৃপতিক
　কিসক বনে খেদিলি ॥২৫৩২৫
দ্ৰৌপদীৰ চুলে　　দুঃশাসন বলে
　ধৰি নিলা যি কালত।
বুঢ়া বুঢ়া লোকে　　বেঢ়ি হাসিলাহা
　সি কথা নাহি মনত ॥
ৰজস্বলা কালে　　তোমাসাৰ বোলে
　উৰুত নিয়া বৈসাইলা।
সিকালে কিসক　　হাক নেদিলাহা
　আজি ধৰ্ম্মবন্ত হৈলা ॥২৫৩২৬
সুকৃত কৰ্ম্মক　　ভুজিবাক লাগে
　এৰা ৰাজা অসন্তোষ।
অধৰ্ম্মৰ ফলে　　যাইবা ৰসাতলে
　কাহাতো নাহিকে দোষ ॥
যতেক শকতি　　আছয় সম্প্ৰতি
　মোৰ লগে তই যুঁজ।
তোৰ শিৰ কাটি　　পূজোঁ ৰণচণ্ডী
　মোৰ মুনিষাই বুজ ॥২৫৩২৭
সাত্যকিৰ হেন　　নিষ্ঠুৰ বচন
　শুনি সোমদত্ত ৰায়।
অতি তীক্ষ্ণতৰ　　ভল্ল দশ শৰ
　হিয়াত থৈলা ভুজাই ॥
শৰঘাৰ পাই　　দ্বিগুণে জ্বলিলা
　যদুবীৰ যুযুধানে।
গাৱৰ সন্ধানে　　হানিলন্ত টানে
　শনাইত ছয় বাণে ॥২৫৩২৮
দাৰুণ সন্ধানে　　যাদৱৰ বাণে
　কুটি সোমদত্ত ৰাজে।

নাকে মুখে তেজ ধাৰা নিকলিলি
পৰিল ৰথৰ মাজে ॥
সাৰথি দেখিল চেতন হৰিল
নাহি কিছু প্ৰকৃতি জ্ঞান ।
মাৰি ছাট বাৰি বিদ্যুত সঞ্চাৰি
পলুৱাইলা ৰথখান ॥২৫৩২৯
এহিমতে ৰণে বীৰ যুযুধানে
জিনিলা সোমদত্তক ।
সিংহনাদ কৰি ধনুক টঙ্কাৰি
খেদি গৈল কৌৰৱক ॥
শুনা সভাসদ ভাৰতৰ পদ
হুইয়া আতি নিশবদ ।
ভুকুতি মুকুতি লভিবা ভকতি
খণ্ডিবে ঘোৰ আঁপদ ॥২৫৩৩০
জগত ঈশ্বৰ প্ৰভু দামোদৰ
যদুকুলে অৱতৰি ।
যত ভূমিভাৰ কৰিলা সংহাৰ
হাতে ধৰি বাঘজৰী ॥
পাণ্ডৱৰ ভক্তি বলে বশ্য হুই
হীন কৰ্ম্ম আচৰন্ত ।
ৰথৰ সাৰথি হুয়া যদুপতি
সদায়ে ৰাখি ফুৰন্ত ॥২৫৩৩১
হেন মাধৱক ভক্ত বান্ধৱক
নকৰিবা পৰিহাৰ ।
নাহিকে সংশয় কহিলোঁ নিশ্চয়
পাইবা সংসাৰৰ পাৰ ॥
বোলে গোপীনাথ মই বৰ অনাথ
দীন হীন মন্দমতি ।
ডাক মুখভৰি বোলা হৰি হৰি
বৈকুণ্ঠে যাইবা সম্প্ৰতি ॥২৫৩৩২

---

অশ্বত্থামা আৰু ঘটোৎকচৰ যুদ্ধ

পদ

সঞ্জয়ে বোলন্ত ৰাজা শুনা তাত পৰে ।
যেন যুদ্ধ ভৈল পাচে কুৰু পাণ্ডৱে ॥
ৰণ হাৰি গৈল সোমদত্ত বীৰবৰ ।
পশিলা সাত্যকি কুৰুসেনাৰ ভিতৰ ॥২৫৩৩৩
অসংখ্য শতক হয় হস্তী ৰথী ৰথ ।
পৰম লীলায়ে পেষিলন্ত যমপথ ॥
হেন দেখি তাক নসহিল গুৰুদ্ৰোণে ।
যদুবীৰ ৰধিবাক ধাইলা কোপমনে ॥২৫৩৩৪
ভূৰিশ্ৰৱা বধে সবে কৰি মহামন্যু ।
চতুৰঙ্গ দলে ধাইলা হাতে শৰ ধনু ॥
পাণ্ডৱে ধাইলেক আতি আড়ম্বৰ কৰি ।
সেনাৰ আন্দোলে সবে লৰে বসুন্ধৰী ॥২৫৩৩৫
পাচে দুইদল আসি ভৈল একতৰ ।
চিনিবাক নোৱাৰি আপোন কিবা পৰ ॥
একে অন্ধকাৰ নিশি ঘোৰ তমোময় ।
শিশিৰে ঢাকিলে সবে দেখি আতিশয় ॥২৫৩৩৬
মই কোন বুলি কতো পুছয় কৌৰৱে ।
মাত বুজি কাটি তাক পেলাৱে পাণ্ডৱে ॥
ৰথীয়ে ৰথীয়ে গৈয়া হোৱে একঠাই ।
দুৰ্ব্বাৰ শৰৰ ঘাৱে দুয়ো মৰি যায় ॥২৫৩৩৭
হস্তী গৈয়া হস্তীৰ কোষত গাড়ে দান্ত ।
ঘোটকে ঘোটকে যুঁজি মৰে অসংখ্যাত ॥
পাইকে পাইকে কতো কৰে কাটাকাটি ।
নাগশৰে যুদ্ধ কৰে ঘসি মালমাটি ॥২৫৩৩৮
এহিমতে যুদ্ধ কৰি মৰে প্ৰজাচয় ।
ঘোৰ অন্ধকাৰ কাকো কেহো নেদেখয় ॥
উন্মত্ত পাগল যেন নাহিকে চেতন ।
মৰিবাক লাগি সবে অনন্ত যতন ॥২৫৩৩৯
এহিমতে ভৈল যুদ্ধ অতি ভয়ঙ্কৰ ।
অসংখ্য পদাতি মৰি গৈল যমঘৰ ॥
যেবে দুয়োদলে যুদ্ধ অতি ভয়ঙ্কৰ ।
সাত্যকিক প্ৰতি ধাইলা দ্ৰোণ [illegible] ॥২৫৩৪০

প্ৰথমতে সাত্যকিক ভেদি দশ শৰে।
যুধিষ্ঠিৰ নৃপতিক তাত অনন্তৰে ॥
ভীমসেন বীৰক তাৰিলা দৃঢ় শৰে।
নকুলক পাঞ্চ শৰে তাত অনন্তৰে ॥ ২৫৩৪১
সহদেৱ বীৰক হানিলা আঠ শৰে।
শিখণ্ডীক একশত আতি দৃঢ়তৰে ॥
পাঞ্চ পাঞ্চ শৰে দ্ৰৌপদীৰ পুত্ৰগণে।
বিৰাট দ্ৰুপদ দুইকো ভেদিলা তেখনে ॥ ২৫৩৪২
যুধামন্যু বীৰক ভেদিলা তিনি শৰে।
উত্তমৌজা বীৰক তাৰিলা দৃঢ়তৰে ॥
আনো যত বীৰগণ পাণ্ডৱ দলৰ।
গাৱে গাৱে সবাকো তাৰিলা দ্বিজবৰ ॥ ২৫৩৪৩
গুৰুদ্ৰোণে শৰ ফুটি ভয় হুয়া বৰ।
আৰ্ত্তৰাৱ কৰি সবে দিলেক লৰৰ ॥
দ্ৰোণক দেখিয়া প্ৰজা মহা ভৈলা ভয়।
কালান্তক বহ্নি যেন দহিয়া আসয় ॥ ২৫৩৪৪
ধনুখান দেখি যেন মণ্ডল আকাৰ।
সূৰ্য্যৰ কিৰণ যেন পৰে শৰধাৰ ॥
যেহি যেহি বীৰক আগত ভেট পান্ত।
শৰে হানি তেতিক্ষণে কাটিয়া পেলান্ত ॥ ২৫৩৪৫
পলাই প্ৰজাগণ ভয়ে প্ৰৱেশিলা ঘৰ।
ৰণ পৰিহৰি সবে দিলেক লৰৰ ॥
হেন দেখি সখিক মাতন্ত ধনঞ্জয়।
দ্ৰোণৰ সম্মুখে মোৰ ডাকিয়োক হয় ॥ ২৫৩৪৬
সখিৰ বচন শুনি প্ৰভু দামোদৰে।
শুক্লবৰ্ণ চাৰি ঘোঁৰা ডাকিল সত্বৰে ॥
ৰজত গোখিৰ কুন্দ চন্দ্ৰৰ প্ৰকাশ।
হেন চাৰি ঘোঁৰা ৰথে লঙ্ঘয় আকাশ ॥ ২৫৩৪৭
দ্ৰোণৰ সম্মুখ হুয়া ৰহিলা অৰ্জ্জুন।
দেখি সাত্যকিক মাতিলন্ত ভীমসেন ॥
সত্বৰে সাৰথি মোৰ ডাক ৰথবৰ।
যথাত আছয় গুৰুদ্ৰোণ দ্বিজবৰ ॥ ২৫৩৪৮
শুনিয়া বিশোকে ৰথ ডাকিলা তেখনে।
দ্ৰোণৰ পাচত ৰথ ৰাখিলা তেখনে ॥
ভীম অৰ্জ্জুনক দেখি ধৃষ্টদ্যুম্ন বীৰে।
চতুৰঙ্গ দলে লাগ ধৰিলা সত্বৰে ॥ ২৫৩৪৯
সাৰথিক সম্বোধি মাতন্ত যুযুধানে।
দ্ৰোণৰ সমুখে মোৰ ৰাহা ৰথখানে ॥
হেন শুনি সাৰথি ডাকিলা বিদ্যমান।
দ্ৰোণৰ সম্মুখ হুয়া ৰৈল যুযুধান ॥ ২৫৩৫০
সাত্যাকি আসিলা দ্ৰোণ আচাৰ্য্যক ধাই।
ৰথত চৰিয়া অশ্বত্থামা আছে চাই ॥
পিতৃক বেঢ়িল পাণ্ডৱৰ সেনাগণে।
ৰথে চৰি অশ্বত্থামা ধাইলা কোপমনে ॥ ২৫৩৫১
যেৱে অশ্বত্থামা ধাই আসিলেক বেগে।
দেখি ঘটোৎকচ ধাইলেক সেহি ছেগে ॥
হাজাৰ ভল্লুকে তাৰ বহে ৰথখান।
একৈক ভল্লুক মত্ত হস্তীৰ সমান ॥ ২৫৩৫২
ভল্লুকৰ ছাল তাৰ পিন্ধন ওৰণ।
গৃধ্ৰ শগুনৰ ধ্বজে লঙ্ঘয় গগন ॥
বিকৃত নয়ন যেন প্ৰচণ্ড অগনি।
মাথাৰ উপৰে কেশ তামশলা যেনি ॥ ২৫৩৫৩
বিকট দশন যেন লাঙ্গলৰ ঈষ।
মুখ গোট দেখি যেন গহ্বৰ সদৃশ ॥
দুইগোট কূপ যেন নাসিকা বীৰৰ।
বহয় বাতাস যেন চৈত্ৰ ফাল্গুনৰ ॥ ২৫৩৫৪
বহল হৃদয় তাৰ বহল কপাল।
শুকান পুখুৰী যেন পেট গোট খাল ॥
হালৃডি চেঙ্গেলিৰ বৰ্ণ আতিশয় কাল।
গলত শোভয় মানুষৰ হাড় মাল ॥ ২৫৩৫৫
শিৰত কিৰীটি জ্বলে আতিশয় কালা।
পৰ্বতক ঢাকি যেন আছে মেঘমালা ॥
হাতভৰি দেখি যেন মহাতৰু শাল।
কৃষ্ণবৰ্ণ কলেৱৰ দীৰ্ঘে তিনি তাল ॥ ২৫৩৫৬
তাতে পিন্ধি আছে লৌহময় অলঙ্কাৰ।
যেন পৰ্বতত কৰে যেন জ্যোতিষ্কৰ ॥
হাতত ত্ৰিশূল তাৰ আতি ভয়ঙ্কৰ।
সংহাৰ কালত যেন ৰুদ্ৰৰূপে হৰ ॥ ২৫৩৫৭

এক অক্ষৌহিণী সেনা বজাইলা লগতে।
গদা মুদগৰ বৃক্ষ শিলা ধৰি হাতে ॥
ধৰ মাৰ কৰিয়া ৰাক্ষসে দিল উকি।
হাজাৰ ভালুকে বেঢ়ি কৰে হুকহুকি ॥ ২৫৩৫৮
প্ৰজাৰ আন্দোল ভালুকৰ হুকহুক।
মহাভয়ে কৌৰৱৰ খলকিল বুক ॥
শঙ্খ শিঙ্গা দুন্দুভি বজাই ঢাকঢোল।
শবদে ভেদিলা গই পাইলে স্বৰ্গকোল ॥ ২৫৩৫৯
হাতত প্ৰকাশে ধনু প্ৰচণ্ড প্ৰতাপ।
হাণ্ডিয়া মেঘত যেন শোভে চক্ৰচাপ ॥
ৰাক্ষসৰ শুনি হেন প্ৰচণ্ড প্ৰতাপ।
তযু কটকৰ ভয়ে নাহি দম্ভ দৰ্প ॥ ২৫৩৬০
হস্তী ঘোঁৰা এৰিলেক মূত্ৰয়ে পুৰীষ।
ব্যূহ ভঙ্গে সেনাসব পলাই দশোদিশ ॥
কৰ্ণ আদি কৰি বীৰগণে নিৰন্তৰে।
বিভঙ্গে পলাই প্ৰজা ৰাক্ষসক ডৰে ॥ ২৫৩৬১
তযু পুত্ৰগণে পলাই গৈল নিৰন্তৰে।
নিৰ্ভয়ে ৰহিলা অশ্বত্থামা বীৰবৰে ॥
নাহিকে সহায় একেশ্বৰে দ্বিজবৰ।
বেঢ়িয়া ৰাক্ষসে শৰ কৰিলা বিস্তৰ ॥ ২৫৩৬২
বৃক্ষ শিলা বৰিষিলা গদা মুদগৰ।
শূল শক্তি প্ৰহাৰিলা বিপাট তোমৰ ॥
অৰ্দ্ধচন্দ্ৰ নাৰাচ বিশাল ত্ৰিকণ্টক।
বৰিষিলা শৰচয় গুৰুৰ পুত্ৰক ॥ ২৫৩৬৩
যেন মহামেঘে পৰ্বতত বৃষ্টি কৰে।
দণ্ডচাৰি মাতে বৰিষিলা একাকাৰে ॥
অসুৰৰ শৰ সহিছিলা গুৰুসুতে।
দিব্যঅস্ত্ৰ হানি শৰ কাটিলন্ত দ্ৰুতে ॥ ২৫৩৬৪
শৰ হত দেখি পাচে হিড়িম্বানন্দনে।
ঘোৰ এক শৰ আনি জুৰিলন্ত গুণে ॥
শৰীৰত পৰি শৰ পিঠিত বজাইল।
বিদ্যুৎ সঞ্চাৰে গই পাতালে লুকাইল ॥ ২৫৩৬৫
শৰঘাত পাই কম্পিলন্ত দ্বিজবৰ।
ঘটোৎকচ বীৰক তাৰিলা দশ শৰ ॥
শৰঘাত পাই ভীমসুত বলিয়াৰ।
ভয়ঙ্কৰ চক্ৰ ধৰি কৰিলা প্ৰহাৰ ॥ ২৫৩৬৬
খুৰতো অধিক আতি একলক্ষ বীৰ।
জম্বুনদ সুবৰ্ণে কৰয় জ্যোতিষ্কৰ ॥
সূৰ্য্যতো অধিক জ্বলে দেখি লাহে ভয়।
হানিলা দ্ৰৌণীক প্ৰতি হিড়িম্বাতনয় ॥ ২৫৩৬৭
প্ৰলয়ৰ সূৰ্য্য যেন চক্ৰে আসে খেদি।
দেখি অশ্বত্থামা বাটে পেলাইলন্ত ছেদি ॥
চক্ৰ নষ্ট দেখি ঘটোৎকচৰ তনয়।
নামত অঞ্জনপৰ্বা নিঃশঙ্ক হৃদয় ॥ ২৫৩৬৮
পিতৃক কৰিয়া পাচ ধাইলা ধৰি ধনু।
যেন আদিত্যক খেদি গৈলা ক্ৰৌঞ্চ ভানু ॥
শৰ হানি দ্ৰৌণীক ভেদিলা নিৰন্তৰে।
শৰীৰত হন্তে তেজ বহে ধাৰাসাৰে ॥ ২৫৩৬৯
শৰঘাৱে অশ্বত্থামা কাপে যমসম।
ৰুদ্ৰ উপেন্দ্ৰৰ যেন প্ৰচণ্ড বিক্ৰম ॥
এক শৰে ধ্বজক কাটিলা মহাবীৰ।
দুই শৰে সাৰথিৰ ছেদিলন্ত শিৰ ॥ ২৫৩৭০
আৰো এক শৰে কাটিলন্ত ধনুখান।
চাৰি শৰে চাৰি ঘোটকৰ লৈলা প্ৰাণ ॥
ৰথধ্বজ হত দেখি হিড়িম্বাৰ নাতি।
খড়্গচৰ্ম্ম ধৰি মহাক্ৰোধে ধাইলা আতি ॥ ২৫৩৭১
দেখন্ত অঞ্জনপৰ্বা মোকে আসে খেদি।
শৰে হানি খড়্গচৰ্ম্ম পেলাইলন্ত ছেদি ॥
খড়্গচৰ্ম্ম নষ্ট দেখি ধৰিলেক গদা।
দিব্যশৰ হানি কাটি পেলাইলন্ত তদা ॥ ২৫৩৭২
গদা নষ্ট দেখি ঘটোৎকচৰ নন্দনে।
মায়া কৰি আকাশক গৈলা তেতিক্ষণে ॥
আকাশত ভৈলা সিটো ঘোৰ মেঘখান।
আস্ফাল গৰ্জ্জনে গৰ্জ্জিলেক ৰবটান ॥ ২৫৩৭৩
প্ৰলয়ৰ মেঘে যেন বৰিষিলা ধাৰে।
বৃক্ষ শিলা পৰ্বত পৰয় ধাৰাসাৰে ॥
ৰাক্ষসৰ মায়া হেন মনে অনুমানি।
মায়ানষ্ট কৰিলন্ত দিব্যঅস্ত্ৰ হানি ॥ ২৫৩৭৪

মায়ানষ্ট কৰি গুৰুসুত মহামানী।
শিৰ কাটিলন্ত তাৰ দিব্যশৰ হানি ॥
যেন অন্ধাসুৰক বধিলা মহেশ্বৰে।
শিৰ কাটিলন্ত দ্ৰোণী অঞ্জনপৰ্ব্বাৰে ॥ ২৫৩৭৫
ঘটোৎকচে দেখে মোৰ পৰিল কুমাৰ।
দ্ৰোণীক ধাইলেক ক্ৰোধে কম্পায়া অধৰ ॥
থাক থাক দ্ৰোণসুত কৰোঁ প্ৰতিকাৰ।
পুত্ৰৰ লগতে তাকো পেযো যমদ্বাৰ ॥ ২৫৩৭৬
শুনি দ্ৰোণসুতে পাচে দিলেক উত্তৰ।
কাক ডৰোৱাস অৰে দুষ্ট নিশাচৰ ॥
তোৰ কথা শুনি মোৰ বৰ উঠে হাস।
অঞ্জনপৰ্ব্বাৰ লগে তোকো দিবো বাস ॥ ২৫৩৭৭
বাপে পুত্ৰে একেলগে থাক ৰঙ্গমনে।
গাণ্ডি গোট বেঢ়ি খাওক শৃগাল শগুনে ॥
হেন শুনি মহাক্ৰোধে মাতে দৈত্যেশ্বৰ।
মোক ভয় দেখুৱাস ব্ৰাহ্মণ বৰ্ব্বৰ ॥ ২৫৩৭৮
ভীমৰ তনয় কুৰুকুলে ভৈলোঁ জাত।
পাণ্ডৱৰ প্ৰিয় পুত্ৰ জানিবা সাক্ষাত ॥
ৰাক্ষসৰ অধিপতি প্ৰচণ্ড বিক্ৰম।
ৰূপে গুণে ৰণে বীৰ্য্যে দশগ্ৰীৱ সম ॥ ২৫৩৭৯
হেন মহাবীৰ মই মোক ডৰুৱাস।
কালে গ্ৰসিলেক তোক সেহুৰে নেৰাস ॥
যুদ্ধ পাইলে বৰ মোৰ আনন্দ মিলয়।
তোৰ শিৰ কাটিবো দুৰ্বাৰ শৰঘায় ॥ ২৫৩৮০
এহি বুলি মহাক্ৰোধে হিড়িম্বানন্দন।
মহাক্ৰোধে দুই চক্ষু কৰি তাম্ৰবৰ্ণ ॥
দ্ৰোণীক ধাইলে ক্ৰোধে হাতে ধনু ধৰি।
গজেন্দ্ৰক ধাইলেক যেন প্ৰমত্ত কেশৰী ॥ '৮১
শৰে হানি দ্ৰোণীক ঢাকিলা নিশাচৰে।
পৰ্ব্বতক ঢাকি যেন মেঘ বৃষ্টি কৰে ॥
অসুৰৰ অস্ত্ৰে তাক সুচুইলেক অঙ্গ।
নিৰন্তৰে কাটিয়া পেলাইলা শৰসঙ্গ ॥ ২৫৩৮২
শৰ হত দেখি পাছে ভীমৰ সন্তান।
মায়াবলে তেখনে ভৈলেক অন্তৰ্দ্ধান ॥
আকাশত থাকি শৰ কৰয় প্ৰহাৰ।
প্ৰলয়ৰ মেঘ যেন বৰিষয় ধাৰ ॥ ২৫৩৮৩
দ্ৰোণীয়ে হানন্ত শৰ উপৰক চ্ছানি।
শৰে শৰে পৰি উঠে প্ৰচণ্ড অগনি ॥
একে অন্ধকাৰ নিশি ঘোৰ তমোময়।
অগ্নিৰ ফিৰিঙ্গা উঠি প্ৰকাশ কৰয় ॥ ২৫৩৮৪
সেহি হেতু দ্ৰোণী শৰ কৰয় প্ৰহাৰ।
ৰাক্ষসৰ মায়া যত কৰিলা সংহাৰ ॥
অসুৰৰ মায়া নষ্ট কৰিলা ব্ৰাহ্মণে।
পুনৰপি আন মায়া ধৰিলা তেখনে ॥ ২৫৩৮৫
তেখনে ভৈলন্ত মেৰু মন্দৰ আকাৰ।
বৃক্ষ শিলা পৰ্বত বৰিষে ধাৰাসাৰ ॥
শূলশক্তি মুদগৰ পৰে ধাৰাসাৰে।
প্ৰলয়ৰ মেঘে যেন প্ৰজাক সংহাৰে ॥ ২৫৩৮৬
হয় হস্তী ৰথী ৰথ মৰয় অপাৰ।
কুৰু কটকৰ বৰ ভৈল মহামাৰ ॥
ৰাক্ষসৰ মায়া হেন জানি দ্ৰোণসুতে।
দিব্য অস্ত্ৰ প্ৰহাৰিলা অযুতে নিযুতে ॥ ২৫৩৮৭
বৃক্ষ শিলা পৰ্বতক কৰিলন্ত চুৰ্ণ।
মহা ধনুৰ্দ্ধৰ বীৰ গৌতমীনন্দন ॥
হেন দেখি মহাক্ৰোধে ভীমৰ কুমাৰ।
পৰ্বত আস্ফাল কৰিলেক পৰিহাৰ ॥ ২৫৩৮৮
আকাশত ভৈল গই ঘোৰ মেঘখান।
আস্ফাল গৰ্জ্জনে গৰ্জ্জিলেক বৰ টান ॥
খৰ বায়ু বহে ঘনে ঘনে বজ্ৰ পৰে।
টলবল কৰিয়া পৃথিৱীখান লৰে ॥ ২৫৩৮৯
ছেদ ভেদ নাহি বৰিষণ ভৈল বৰ।
সহিবে নোৱাৰি প্ৰজা দিলেক লৰৰ ॥
ৰণস্থলী খান ঢাকি ভৈল মহাবলে।
উটু বুক কৰি প্ৰজাগণে তাৰৈ প্ৰাণে ॥ ২৫৩৯০
হস্তী তল যায় কতো ঘোঁৰা সান্তোৰয়।
জলৰ বেগত কতো ভাগিছিগি যায় ॥
দশোদিশে পলাই গৈল মহাৰথীগণ।
কেৱলে ৰহিলা গুৰু দ্ৰোণৰ নন্দন ॥ ২৫৩৯১

দেখন্ত কৌৰৱসেনা উটি বুৰি মৰে।
বায়ব্য অস্ত্ৰক প্ৰহাৰিলা দ্বিজবৰে॥
বহে খৰতৰ কৰি প্ৰচণ্ড বাতাস।
মেঘ উৰুৱাইল হৈল নিৰ্ম্মল আকাশ॥ ২৫৩৯২
অসুৰৰ মায়া নষ্ট কৰি দ্বিজবৰে।
দিব্য অস্ত্ৰচয় প্ৰহাৰিলা ধাৰাসাৰে॥
একশত ৰথ হয় হস্তী বহুতৰ।
দুৰ্ব্বাৰ শৰৰ ঘাৱে নিলা যমঘৰ॥ ২৫৩৯৩
হেন দেখি মহাক্ৰোধে ভীমৰ কুমাৰে।
ধনু ধৰি ধাইলা নিজ ৰথৰ উপৰে॥
অসংখ্য ৰাক্ষস সমে হুয়া একতৰ।
সিংহ শাৰ্দ্দূলৰ যেন মুখ ভয়ঙ্কৰ॥ ২৫৩৯৪
প্ৰমত্ত হস্তীৰ বোল দেখি লাগে ডৰ।
হয় হস্তী ৰথে চৰি হাতে ধনু শৰ॥
বিকৃত বদন কাৰো শিৰ যেন তুল।
হাল্‌ডি চেঙ্গালি বৰ্ণ পেট যেন ঢোল॥ ২৫৩৯৫
নাক গোটা চেপেটা যে কুলা হেন কাণ।
পিঠিত কুজেক হাণ্ডিগোটৰ সমান॥
ভেঙ্গুৰা ভেঙ্গুৰি ভৰি গুলৈ হেন পেট।
কুকণ্ডৰ ভৰে কতো নেদেখয় হেঠ॥ ২৫৩৯৬
তাম্ৰবৰ্ণ গোফ দাড়ি লোহা অলঙ্কাৰ।
পিন্ধন ওৰণ সবে ভালুকৰ ছাল॥
যক্ষ ৰক্ষ পিশাচ যে গুহ্যক পৰম।
মহাবলৱন্ত সবে সিংহ পৰাক্ৰম॥ ২৫৩৯৭
নানা অস্ত্ৰ ধৰি নানা কৱচ ভূষণ।
ঘোৰ ৰাৱে পূৰিলেক তিনিয়ো ভুৱন॥
একে অন্ধকাৰ ৰাত্ৰি তাতে উঠে ধূলি।
পিশাচে কামুৰি খায় তই কোন বুলি॥ ২৫৩৯৮
শগুনৰ কিচকিচি ভালুকৰ হুকি।
ভূত প্ৰেত পিশাচে পাৰয় বেঢ়ি উকি॥
তাক শুনি কৌৰৱৰ ডৰে ধাতু যায়।
অন্ধকাৰ নিশি পলাইবাৰ নাহি ঠাই॥ ২৫৩৯৯
হেন দেখি গুৰুসুতে দিলন্ত উত্তৰ।
নকৰিবা ভয় দুৰ্য্যোধন নৃপবৰ॥
ৰাক্ষসৰ মায়াক যে জানিবা নিশ্চয়।
মই বিদ্যমানে কিছু নকৰিবা ভয়॥ ২৫৪০০
হেন শুনি মাতিলন্ত দুৰ্য্যোধন ৰায়।
তোমাৰ প্ৰসাদে গুৰু কাকো নাহি ভয়॥
তোমাতেসে ভৰসা কৰিছোঁ সৰ্বভাৱে।
বিপাঙ্গে পৰিলোঁ ৰক্ষা কৰা তবু পাৱে॥ ২৫৪০১
পাচে দুহান্তৰ ঘোৰ মিলিল সমৰ।
জম্ভাসুৰ সমে যেন দেৱ পুৰন্দৰ॥
সেহি বেলা ঘটোৎকচে তীক্ষ্ণ দশবাণে।
গৌতমীসুতক ভেদিলন্ত বৰ টানে॥ ২৫৪০২
বিষাল শৰৰ ঘাৱে অগ্নি উথলিল।
বিমূৰ্চ্ছিত হুয়া বীৰ ৰথত পৰিল॥
ক্ষণেকে চেতন পাইলা গৌতমীসন্তান।
ঘটোৎকচ বীৰক তাৰিলা কুৰিবাণ॥ ২৫৪০৩
শৰঘাৱ পায়া পাচে ভীমৰ সন্তান।
অশ্বত্থামা বীৰৰ কাটিলা ধনুখান॥
ধনু ছেদ কৰি পাচে গুৰুৰ নন্দন।
মহা ঘোৰতৰ ধনু লৈলা তেতিক্ষণ॥ ২৫৪০৪
গুণ লগাই শৰচয় কৰিলা প্ৰহাৰ।
বাৰিষা কালত যেন জল বৃষ্টিকৰ॥
সুবৰ্ণ পুঙ্খিয়া শৰ কৰিলা প্ৰহাৰ।
ৰাক্ষসৰ সেনাচয় মাৰিলা অপাৰ॥ ২৫৪০৫
সিংহে মাৰি যেন মত্ত হস্তী বহুতৰ।
যুগান্তৰ কালত যেন দহে বৈশ্বানৰ॥
সি বেলাত গুৰুসুত বীৰ অশ্বত্থামে।
এক অক্ষৌহিণী সেনা মাৰিল সংগ্ৰামে॥ ২৫৪০৬
ষাঠি লক্ষ মত্ত হস্তী অযুতেক ৰথ।
অসংখ্যাত ঘোটক পেষিলা যমপথ॥
যেন ত্ৰিপুৰক দহিলন্ত মহেশ্বৰে।
সেহিমতে ৰাক্ষস সংহাৰে দ্বিজবৰে॥ ২৫৪০৭
যুগান্ত সময়ে যেন বহ্নিৰ হাপাস।
সেহিমতে দ্ৰোণসুতে কৰন্ত প্ৰকাশ॥
দেখে ভীমসুতে মোৰ প্ৰজা [illegible],
দ্ৰোণৰ পুত্ৰক চাই গৰ্জ্জিলা [illegible]॥ ২৫৪০৮

ধৰ ধৰ বুলি আদেশিলা তেতিক্ষণে।
দাৰুণ দানৱগণে ধাইলা কোপমনে ॥
ত্ৰিশূল সদৃশ দান্ত ভয়ঙ্কৰ মুখ।
ভেঙুৰা ভেঙুৰ ভৰি দেখি মিলে দুখ ॥ ২৫৪০৯
তাম্ৰবৰ্ণ দুই চক্ষু চাহন নযায়।
ভয়ঙ্কৰ মুখ মেলি গিলিবাক যায় ॥
ৰাক্ষসে খাইবাক আসে দেখি গুৰুসুতে।
মন্ত্ৰ অভিষেক শৰ প্ৰহাৰিলা দ্ৰুতে ॥ ২৫৪১০
তেখনে অন্তৰ ভৈল মায়া অসুৰৰ।
দেখি কোপে জ্বলি গৈল ভীমৰ কুমাৰ ॥
থাক থাক দ্ৰোণসুত কৰোঁ প্ৰতিকাৰ।
ভয়ঙ্কৰ শক্তি এক কৰিলা প্ৰহাৰ ॥ ২৫৪১১
হৰৰ শকতি সিটো সৰ্ব লৌহময়।
সুবৰ্ণৰ আঠ ঘণ্ট নিৰ্ম্মিয়া আছয় ॥
হাতে তুলি প্ৰহাৰিলা শৰীৰৰ বলে।
বিশ্বাস শবদে শক্তি আকাশত চলে ॥২৫৪১২
দেখি জাম্প দিয়া শক্তি ধৰিলন্ত হাতে।
গৰুড়ে ধৰিল যেন সৰ্প আলগতে ॥
সেহি শক্তি দুনাই প্ৰহাৰিলা গুৰুসুতে।
বিশ্বাস শবদে গৈ পৰিল ৰথতে ॥ ২৫৪১৩
ৰথী ৰথ সাৰথি ভালুক নিৰন্তৰ।
ছয় কৰি পশিলেক পাতাল বিবৰ ॥
ৰথধ্বজ হত দেখি হিড়িম্বাৰ সুত।
লৰৰি উঠিলা ধৃষ্টদ্যুম্নৰ ৰথত ॥ ২৫৪১৪
ৰথত চৰিয়া পই হাতে ধৰি ধনু।
শৰে হানি ব্ৰাহ্মণৰ ভেদিলেক তনু ॥
ধৃষ্টদ্যুম্ন বীৰ ঘটোৎকচ বলিয়াৰ।
এক ৰথে চৰি শৰ কৰিলা প্ৰহাৰ ॥ ২৫৪১৫
সুবৰ্ণ পুংখিয়া শৰ কঙ্ক পখী ছাইল।
অশ্বত্থামা ব্ৰাহ্মণৰ হিয়াত জন্তাইল ॥
তাসম্বাৰ শৰক নগণি গুৰুসুতে।
দুহানো শৰীৰে শৰ প্ৰহাৰিলা দ্ৰুতে ॥ ২৫৪১৬
দুইকো দুই প্ৰহাৰিলা শৰবৃষ্টি কৰি।
পুৰুষ শাৰ্দ্দূল [illegible] কেশৰী ॥

ঘোৰ নিদাৰুণ যুদ্ধ কৰে দুই জনে।
সামান্যৰ ভয় ক্ষত্ৰিয়ৰ বজ্ৰ মনে ॥ ২৫৪১৭
ৰণভঙ্গ ঘটোৎকচে দেখি ভীমসেন।
হাজাৰেক ৰথ লৈয়া দিলা তেতিক্ষণ ॥
তিনিশত মত্ত হস্তী ছয়শত বাজী।
অসংখ্য পদাতি সমে চলি গৈল সাজি ॥ ২৫৪১৮
ভীমক দেখিয়া ধৃষ্টদ্যুম্ন সেনাপতি।
ভ্ৰাতৃগণ সমে ধাইলা অসংখ্য পদাতি ॥
সবে মিলি ভৈলা ঘটোৎকচৰ সহায়।
গুৰুৰ পুত্ৰক মহাক্ৰোধে গৈলা ধায় ॥ ২৫৪১৯
তথাপিতো গুৰুসুত মত্তগজ লীলা।
একেশ্বৰে সাজি সবাহাকো ধাৰ দিলা ॥
ক্ষণিতেকে ৰথধ্বজ ধনু টুণ বাণ।
হয় হস্তী কাটিয়া কৰিলা খান খান ॥ ২৫৪২০
ভীমসেন ঘটোৎকচ ধৃষ্টদ্যুম্ন বীৰ।
নকুল সহদেৱ পাঞ্চপুত্ৰ দ্ৰৌপদীৰ ॥
কৃষ্ণ ধনঞ্জয় যুধিষ্ঠিৰ নৃপবৰে।
সবে চাহি আছিলন্ত মহা আড়ম্বৰে ॥ ২৫৪২১
সবাৰো আগতে গুৰুসুত মহাবীৰে।
এক অক্ষৌহিণী সেনা মাৰিলা সমৰে ॥
হস্তীসব কাটিলন্ত ঘোঁৰাসব ধাৰে।
পৰ্বত আকাৰে পৰি আছে ঠাৱে ঠাৱে ॥ ২৫৪২২
বাহু উৰু কটিবন্ধ ভুজ নাভি গল।
নাক কাণ পেট পিঠি শিৰ বক্ষস্থল ॥
ৰথধ্বজ দণ্ডছত্ৰ পতাকা চিৰল।
গদা মুদগৰ শূল পৰিঘ মুষল ॥ ২৫৪২৩
ক্ষণেকেতে কাটিয়া পেলাইলা মহাবলী।
মাংসে যে শোণিতে পঙ্ক ভৈল ৰণস্থলী ॥
ছত্ৰসব কাটি শৰে পেলাইল ভূমিত।
অসংখ্যাত চন্দ্ৰ যেন ভূমিত উদিত ॥ ২৫৪২৪
কতেক কহিবো গুণ গুৰুৰ পুত্ৰৰ।
মাংসে যে শোণিত নদী বহাইলা বিস্তৰ ॥
কটা ধ্বজ শৰ তাতে মণ্ডুকে আনয়।
কচ্ছপ আকাৰ [illegible] ॥ ২৫৪২৫

কবন্ধ ভাসিয়া যাই চাপ নৌকাকাৰ।
পদ্মসম ভাসি যাই গজমতি হাৰ ॥
মাংসমজ্জা ভৈল পঙ্ক অস্থি ভৈল শিলা।
হেন মহানদী গুৰুসুতে প্ৰবৰ্ত্তাইলা ॥ ২৫৪২৬
হেন শোণিতৰ নদী ঘোৰ তৰঙ্গিনী।
যমপুৰে বহে যেন নদী বৈতৰণী ॥
পাচে মহাক্ৰোধে ধাইলা গুৰুৰ তনয়।
ঘটোৎকচ বীৰক হানিলা শৰচয় ॥ ২৫৪২৭
তথাপিতো ক্ৰোধ ক্ষমা নাহিকে মনত।
পশিলন্ত দ্ৰৌণী পাচে পাঞ্চাল দলত ॥
দ্ৰোপদ ৰাজাৰ পাঞ্চ কুমাৰক প্ৰতি।
পাঞ্চ গোটা শৰ প্ৰহাৰিলা অতিৰথী ॥ ২৫৪২৮
সুৰথ শত্ৰুঞ্জয় জয়দ্ৰথ বীৰবৰ।
বলানিক জয়ানিক পাঞ্চ সহোদৰ ॥
ৰূপে গুণে অনিন্দিত পাঞ্চ মহাসুৰ।
দ্ৰৌণীৰ শৰত একেলগে ভৈল চুৰ ॥ ২৫৪২৯
আৰো একগোট শৰ প্ৰহাৰিলা ভাটি।
চন্দ্ৰদেৱ কুমাৰৰ শিৰ নিলা কাটি ॥
তাত পাচে পশিলন্ত কুন্তীভোজ দলে।
দশগোটা শৰ প্ৰহাৰিলা মহাবলে ॥ ২৫৪৩০
দশ শৰে কাটিলন্ত দশ কুমাৰক।
কুন্তীভোজ ৰাজাক কৰিলা অপুত্ৰক ॥
শ্ৰুতাহয় নামে এক বাৰ বলিয়াৰ।
শৰ হানি দ্ৰোণসুতে চিন্তিলন্ত মাৰ ॥ ২৫৪৩১
প্ৰজাক সংহাৰে যেৱে গুৰু দ্ৰোণসুতে।
বীৰ ঘটোৎকচ ধৃষ্টদ্যুম্ন ধাইল দ্ৰুতে ॥
একে ৰথে চৰি ধাইল দুই বাৰবৰ।
গুৰুৰ পুত্ৰক প্ৰতি প্ৰহাৰিলা শৰ ॥ ২৫৪৩২
তাসম্বাৰ শৰে ফুটি গৌতমীনন্দনে।
দিব্য এক শৰ আনি জুৰিলন্ত গুণে ॥
কৰ্ণমানে ধনু টানি প্ৰহাৰিলা বলে।
পৱনতো অধিক প্ৰচণ্ড বেগে চলে ॥ ২৫৪৩৩
ভীমৰ তনয় চাহি আছে চমৎকাৰে।
হৃদয়ত পৰি শৰ ভৈল্যা পক্ষি আৰে ॥
দাৰুণ প্ৰহাৰে বীৰ ৰথতে পৰিল।
শঙ্কৰৰ সুতে যেন ক্ৰৌঞ্চক ভেদিল ॥ ২৫৪৩৪
দাৰুণ প্ৰহাৰে ঘটোৎকচ নিশাচৰে।
কুৰি কুৰি পৰিলেক ৰথৰ উপৰে ॥
বীৰ ঘটোৎকচ যেৱে ভৈল মূৰ্চ্ছামান।
পাচে ধৃষ্টদ্যুম্নে অন্তৰাইলা ৰথখান ॥ ২৫৪৩৫
ৰণ হাৰি গৈলা যেৱে হিড়িম্বাতনয়।
দেখি ভঙ্গ দিলা পাণ্ডৱৰ বীৰচয় ॥
কুতুহলে সিংহনাদ কৰে দ্ৰোণসুত।
ৰাজাগণে সাধুবাদ কৰিলা বহুত ॥ ২৫৪৩৬
শুনা সভাসদ মহাভাৰতৰ পদ।
অৱশ্যে লভিবা সুখ মুকুতি সম্পদ ॥
জগত জনক হৰি প্ৰভু দামোদৰ।
মহাভক্তি বলে বশ্য ভৈলা পাণ্ডৱৰ ॥ ২৫৪৩৭
পৃথিবীৰ ৰাজাগণ একস্থান কৰি।
হৰিলা ভূমিৰ ভাৰ ধৰি বাযজৰী ॥
আক একমনে যিটো কৰয় শ্ৰৱণ।
ভকতি মুকুতি গতি পাইব সেহিজন ॥ ২৫৪৩৮

---

ভীমৰ যুদ্ধ

ছবি

ধৃতৰাষ্ট্ৰ নৃপে পাচে সঞ্জয়ত পুছিলন্ত
কহা বাপ শুনোঁ ৰঙ্গমনে।
ঘটোৎকচ মহাবলী ৰণ হাৰি গৈলা চলি
পাচে কি কৰিলা পাণ্ডুগণে ॥
সঞ্জয়ে বোলন্ত বাণী শুনা এৱে মহামানী
যেন কথা ভৈল অনন্তৰে।
ঘটোৎকচ মহাসুৰ অন্তৰিল কতোদূৰ
পাণ্ডুদলে দেখি বীৰবৰে ॥ ২৫৪৩৯
যুধিষ্ঠিৰ ভীমসেন যুযুধান ধৃষ্টদ্যুম্ন
আনো বীৰ [illegible] ॥
চতুৰঙ্গ দলে সাজি [illegible] ঢাক বাজি
কৌৰবক [illegible]

পাণ্ডৱ আনয় ধাই দেখি সোমদত্ত ৰায়
মহাকোপে ধাইলন্ত তেতিক্ষণে ।
পুত্ৰশোকে কাম্পে তনু হাতে ঘোৰ শৰ ধনু
সাত্যকিক বধিবাক মনে ॥ ২৫৪৪০
পাচে কুৰু পাণ্ডুগণে লাগিলা দুৰ্ঘোৰ ৰণে
মহানিশি ঘোৰ অন্ধকাৰ ।
নাহিকে চেতন জ্ঞান যেন বাতুলৰ ঠান
ভূতপ্ৰেত পিশাচ অপাৰ ॥
এহিমতে দুই দলে যুঁজিলেক কতো বেলি
আপোনাৰ যশক আশায় ।
হয় হস্তী ৰথী ৰথ মৰি গৈল যমপথ
পদাতিৰ লেখা জোখা নাই ॥ ২৫৪৪১
পাচে সেহি সময়ত মহাৰাজা সোমদত্ত
সাত্যকিক প্ৰতি গৈলা ধাই ।
তীখাল শতেক বাণ জুৰিয়া ধনুৰ গুণ
মহাকোপে হিয়াত জন্তাই ॥
শৰধাৰ পায়া টান যদুবীৰ যুযুধান
গুণত জুৰিলা দশ বাণ ।
আকৰ্ণ পূৰিয়া টানি প্ৰহাৰিলা মহামানী
হৃদি ফুটি পাইলা মহা টান ॥ ২৫৪৪২
ভীমো সাত্যকিৰ অৰ্থে চৰিয়া উত্তম ৰথে
পৰিঘ ধৰিয়া বাম কৰে ।
বিদ্যুৎ সঞ্চাৰে যাই নৃপতিক লাগ পাই
দিলা কোৰ মাথাৰ উপৰে ॥
ভীমৰ প্ৰহাৰ পাই কম্পি কম্পি মহাৰায়
ৰথত পৰিলা মূৰ্চ্ছা যায় ।
সাৰথি আছয় চাই দেখে শ্ৰুতি বুদ্ধি নাই
বায়ুবেগে নিলে পলুৱায় ॥ ২৫৪৪৩
যেবে সোমদত্ত ৰায় ৰণ হাৰি পলাই যায়
শৰীৰত শ্ৰুতি বুদ্ধি নাই ।
পুত্ৰৰ অৱস্থা দেখি ক্ৰোধে ৰক্তবৰ্ণ আখি
বাহ্লিক নৃপতি গৈলা ধাই ॥
বৰিষিলা শৰচয় যেন অগ্নিশিখা প্ৰায়
কৰ্ণ ধৰি পাখি আছে চাই ।

কৰ্ণমানে ধনু টানি প্ৰহাৰিলা মহামানী
সাত্যকিক থৈলন্ত জন্তাই ॥ ২৫৪৪৪
সাত্যকিৰ অৰ্থে ভীমে আপোনাৰ পৰাক্ৰমে
দশপাত জুৰিলা নাৰাচে ।
কৰ্ণমানে ধনু টানি প্ৰহাৰিলা মহামানী
বাহ্লিকৰ হৃদয়ত পাচে ॥
শৰঘাৰ পায়া বীৰে মহাক্ৰোধে নৃপবৰে
ভয়ঙ্কৰ শক্তি লৈলা তুলি ।
উল্কা যেন প্ৰকাশয় দেখি লাগে মহাভয়
ভীমক হানিলা হুঃ বুলি ॥ ২৫৪৪৫
নৃপতিৰ ভুজবলে বিদ্যুত সঞ্চাৰে চলে
যেন দেখি ইন্দ্ৰৰ অশনি ।
ভীমৰ হৃদয় ফুটি পিঠিত বজাইলা ছুটি
পাতালত পশিলা তেখনি ॥
চোট পাই নিদাৰুণ মহাবীৰ ভীমসেন
চেতন নাহিকে শৰীৰত ।
হাত পাৱ নহে থিৰ কাম্পে উৰু কৰ শিৰ
মূৰ্চ্ছা যাই পৰিল ৰথত ॥ ২৫৪৪৬
ক্ষণেকে চেতন পাই নৃপতিৰ ভিতি চাই
কোপানলে দশন চোবান্ত ।
ভয়ঙ্কৰ গদা তুলি প্ৰহাৰিলা হুঃ বুলি
বাহ্লিকৰ পৰিল মাথাত ॥
নিদাৰুণ চোট পাই ফুৰি ফুৰি মহাৰায়
অধোমুখে পৰিলা ভূমিত ।
হাৰ মুণ্ড ছিণ্ডি গৈল অস্ত্ৰশস্ত্ৰ চুৰ ভৈল
ৰথধ্বজ ভৈলা চূৰ্ণকৃত ॥ ২৫৪৪৭
বাহ্লিক নৃপতি পৰি যমপুৰে গৈল লৰি
দেখি আছে তনু পুত্ৰগণ ।
ক্ৰোধে যেন যমসম মত্তসিংহ পৰাক্ৰম
যেন দেখি দশ দশানন ॥
ধৰ মাৰ কৰি ৰোল চাপিয়া ভীমৰ কোল
শৰচয় কৰিলা প্ৰহাৰ ।
তাসবাৰ শৰে ফুটি তেজ ধাৰা বহে ছুটি
ক্ৰোধিলন্ত পাণ্ডুৰ কুমাৰ ॥ ২৫৪৪৮

ভূমিত জুৰিয়া শৰ মহাবীৰ বৃকোদৰ
ধনু টানি কৰিলা সন্ধান।
বিদ্যুত সঞ্চাৰে যাই দশো কুমাৰক পাই
গাণ্ডি মুণ্ড কৰিলা দুখান॥
তাত পাচে ভীমসেন প্ৰমত্ত মাতঙ্গ যেন
খুৰ শৰ ধৰিলন্ত ভাটি।
কৰ্ণৰ কনিষ্ঠ ভাই বৃষৰথ কুমাৰৰ
শিৰগোট পেলাইলন্ত কাটি॥২৫৪৪৯
কৰ্ণৰ কনিষ্ঠ ভাই যমপুৰে লৈলা ঠাই
দেখি আছে কৰ্ণপুত্ৰগণে।
ধনুক টঙ্কাৰ কৰি ৰত্নময় ৰথে চৰি
মহাক্ৰোধে ধাইলা তেতিক্ষণে॥
শকুনিৰ ভাইগণে দেখি আসে ক্ৰোধমনে
দেখিলন্ত বীৰ ভীমসেন।
সাতপাট শৰ আনি প্ৰহাৰিলা মহামানী
শিৰ কাটি পেলাইলা তেখন॥২৫৪৫০
কৌৰৱৰ বীৰগণ সমৰে কৰিলা ছন্ন
মহাবীৰ ধীৰ ভীমসেন।
মহা ভয় দুখ মনে কৰ্ণ আদি বীৰগণে
বাঢ়ি কেহো নেদিলেক ৰণ॥
শুনা সভাসদ নৰ পুণ্যকথা ভাৰতৰ
চাবিয়ো বেদৰ ইসে সাৰ।
যাত প্ৰভু নাৰায়ণ পৰম আনন্দ মন
পৃথিৱীৰ খণ্ডিলন্ত ভাৰ॥ ২৫৪৫১
পাণ্ডৱৰ ভক্তিবলে বশ্য হুয়া কুতূহলে
ৰথৰ ধৰিলা বাঘজৰী।
দুষ্টক সংহাৰ কৰি ভকতক ৰক্ষা কৰি
আনন্দে ক্ৰীড়িলা দেৱহৰি॥
আক একমন কৰি শুনে যিটো কৰ্ণ ভৰি
অৱশ্যে সিজিবে প্ৰয়োজনে।
ভকতি মুকুতি গতি হৰিপাৱে হৌক ৰতি
বাসা হৈব বিষ্ণুৰ ভুবনে॥ ২৫৪৫২
হেন জানি একমনে শুনিয়োক সৰ্বজনে
মহাভাৰতৰ কথা সাৰ।
পাপত মাৰিয়ো বাৰি শুনা সবে নৰনাৰী
ৰাম বুলি তৰিয়ো সংসাৰ॥
হেন জানি সৰ্বজন কৰা তাত সমৰ্পণ
সকল হউক সব কাম।
কহে দ্বিজ গোপীনাথ মই বৰ অনাথ
সঘনে ঘুষিয়ো ৰাম ৰাম॥ ২৫৪৫৩

---

কৰ্ণ-অশ্বত্থামাৰ যুদ্ধ

পদ

সঞ্জয়ে বোলন্ত ৰাজা শুনা তাত পৰে।
যেন যুদ্ধ ভৈল পাচে কুৰু পাণ্ডৱে॥
সেহি বেলা মহাক্ৰোধে ৰাজা যুধিষ্ঠিৰ।
কৌৰৱক ধাইলা মহা নিঃশঙ্ক শৰীৰ॥ ২৫৪৫৪
সাক্ষাতে আছন্ত কৃপ দ্ৰোণী দ্বিজবৰ।
ভ্ৰাতৃগণ সমে দুৰ্য্যোধন নৰেশ্বৰ॥
অশ্বত্থামা আদি কৰি যত বীৰবৰ।
মহা ধনুৰ্দ্ধৰ তৃগৰ্ত্তাদি নৰেশ্বৰ॥ ২৫৪৫৫
সবাৰে আগত যুধিষ্ঠিৰ মহাবীৰ।
অসংখ্য বীৰৰ কাটি পেলাইলন্ত শিৰ॥
অতি মহাসুৰ সেনা বাহ্লিক দেশৰ।
অঙ্গ বঙ্গ কলিঙ্গৰ যত বীৰবৰ॥ ২৫৪৫৬
নিগুটি কৰিয়া কাটিলন্ত ধৰ্ম্মৰাজে।
শোণিতে কৰ্দ্দম ভৈল ৰণভূমি মাজে॥
হুলস্থুল শব্দ উথলিলা সিকালত।
যুধিষ্ঠিৰ সম দেখে সমস্ত জগত॥ ২৫৪৫৭
প্ৰজাক সংহাৰে যুধিষ্ঠিৰ নৃপবৰ।
ৰথে চৰি দেখিলন্ত দ্ৰোণ দ্বিজবৰ॥
বেগে ধৰিলন্ত লাগ আসি নৃপতিৰ।
বায়ব্য অস্ত্ৰক প্ৰহাৰিলা মহাবীৰ॥ ২৫৪৫৮
নৃপতি দেখন্ত বায়ু বহে শব্দ কৰি।
দিব্যঅস্ত্ৰ প্ৰহাৰ কৰিলা মন্ত্ৰ পঢ়ি॥
দিব্যঅস্ত্ৰে বায়ুঅস্ত্ৰ কৰিলা সংহাৰ।
দেখি গুৰুদ্ৰোণে [illegible] কৰিলা অপাৰ॥২৫৪৫৯

বৰুণ যমৰ চন্দ্ৰ সূৰ্য্য কুবেৰৰ।
মন্ত্ৰে অভিষেকি হানিলন্ত দ্বিজবৰ ॥
পাণ্ডৱে দেৱৰ অস্ত্ৰ জানন্ত সকল।
যত দিব্যঅস্ত্ৰমানে কৰিলা নিষ্ফল ॥ ২৫৪৬০
পূৰ্ব্বে গুৰু দ্ৰোণে কৰিলন্ত অঙ্গীকাৰ।
যুধিষ্ঠিৰ নৃপতিক বলে ধৰিবাৰ ॥
সেহি অঙ্গীকাৰ দ্ৰোণে নাফলিবে মনে।
ইন্দ্ৰৰ অস্ত্ৰক প্ৰহাৰিলা তেতিক্ষণে ॥ ২৫৪৬১
ব্ৰহ্মঅস্ত্ৰ প্ৰহাৰ কৰিলা জ্যোতিৰ্ম্ময়।
অস্ত্ৰে অস্ত্ৰ সংহাৰিলা পাণ্ডুৰ তনয় ॥
ব্ৰহ্মঅস্ত্ৰে ইন্দ্ৰঅস্ত্ৰ সংহৰি তেখনে।
অনন্ত বিজয় শঙ্খ বাইলা ৰঙ্গমনে ॥ ২৫৪৬২
নৃপতিৰ পৰাক্ৰম দেখি দুই দলে।
সাধু সাধু বুলি প্ৰশংসিলা কুতূহলে ॥
হেন দেখি গুৰু দ্ৰোণে নৃপতিক এৰি।
দ্ৰোপদ দলত পশিলন্ত শীঘ্ৰ কৰি ॥ ২৫৪৬৩
দ্ৰোপত দলত আসি কৰন্ত কদন।
বিভঙ্গে পলাইলা পাঞ্চালৰ যত জন ॥
দ্ৰোণে সংহাৰন্ত পাণ্ডু পাঞ্চালৰ জন।
দেখি ভীম অৰ্জ্জুনে ধাইলন্ত ক্ৰোধমন ॥ ২৫৪৬৪
হেন দেখি পাণ্ডৱৰ যত বীৰগণ।
ধৃষ্টদ্যুম্ন শিখণ্ডী বিৰাট যুযুধান ॥
সবে গই পশিলন্ত কৌৰৱৰ দলে।
হয় হস্তী ৰথী ৰথ মাৰে কুতূহলে ॥ ২৫৪৬৫
যেন পদ্মবন মাজে পশি হস্তীগণে।
তেখনে কৰিলা ছন্ন মহাৰঙ্গ মনে ॥
সেহিমতে কৌৰৱৰ যত বীৰগণ।
পাণ্ডু বীৰগণে পশি কৰিলেক ছন ॥ ২৫৪৬৬
প্ৰজাক সংহাৰে পাণ্ডৱৰ বীৰগণ।
পাচে ৰাধেয়ক মাতিলন্ত দুৰ্য্যোধন ॥
দেখিয়ো ৰাধেয় কেন অৱস্থা প্ৰজাৰ।
পাণ্ডু বীৰগণে পশি কৰয় সংহাৰ ॥ ২৫৪৬৭
তুমি বিনে মহামিত্ৰ ৰাখিকে আমাৰ।
পাণ্ডু সাগৰৰ মধ্যে কৰিও উদ্ধাৰ ॥
বিৰাট পাঞ্চাল কৈকেয়ৰ যত জন।
সৰ্প যেন নিশ্বাস কাঢ়য় ঘনে ঘন ॥ ২৫৪৬৮
তাক দেখি ভয়ে মোৰ কাম্পে হাত পাৱ।
সাগৰে মজিলোঁ। পাৰ কৰা হুয়া নাৱ ॥
প্ৰমত্ত মাতঙ্গ পাণ্ডৱৰ বীৰগণ।
কতো ইন্দ্ৰ পৰাক্ৰম কতো যেন যম ॥ ২৫৪৬৯
তুমি বিনে কোনে তাক কৰিবে সমৰ।
তুমি সম বীৰ নাহি সংসাৰ ভিতৰ ॥
হেন শুনি কৰ্ণে পাচে বুলিলা বচন।
নকৰিবা ভয় তুমি গান্ধাৰীনন্দন ॥ ২৫৪৭০
যদি পুৰন্দৰে আসি হোৱয় ৰক্ষক।
তথাপি বধিবো মই কৃষ্ণ অৰ্জ্জুনক ॥
কহো সত্যবাণী ৰাজা জানিবা নিশ্চয়।
পাণ্ডু পাঞ্চালক পেষিবোহো যমালয় ॥ ২৫৪৭১
যেন মতে খাণ্ডৱ দহিলা ধনঞ্জয়।
অগ্নিক তৰ্পিলা বাসৱক এৰি ভয় ॥
এহিমতে মই আজি পাণ্ডু পাঞ্চালক।
ভীম অৰ্জ্জুনক যুধিষ্ঠিৰ নকুলক ॥ ২৫৪৭২
যদ্যপি অৰ্জ্জুন হোৱে মহা ধনুৰ্দ্ধৰ।
পৃথিবীৰ বীৰগণ নাহি সমসৰ ॥
তথাপি বধিবো হানি ইন্দ্ৰৰ শকতি।
হেন জানি অসন্তোষ এৰা মহামতি ॥ ২৫৪৭৩
কৃষ্ণ অৰ্জ্জুনক যদি বধি লওঁ মনে।
তোমাত বৰিবে যুধিষ্ঠিৰ ভীমসেনে ॥
নকুল সহদেৱ পাঞ্চালৰ বীৰগণে।
যদি নৰৱয় ভয়ে পশিব শৰণে ॥ ২৫৪৭৪
তেবে লভিবাহা অকণ্টক বসুন্ধৰী।
ভুঞ্জিবাহা জম্বুদ্বীপ ৰাজ্য সীমা কৰি ॥
মই জীওঁমানে কিয় কৰা অসন্তোষ।
হেন জানা পাইলা ৰাজ্য হুৱা পৰিতোষ॥ ২৫৪৭৫
আনো দম্ভ দৰ্পবাণী বুলিলা বিস্তৰ।
সহিবে নোৱাৰি কৃপে দিলন্ত উত্তৰ ॥
সাধু সাধু কৰ্ণ ভাল বুলিলা বচন।
আজিসে অনাথ হৈলা ৰাজা দুৰ্য্যোধন ॥ ২৫৪৭৬

কতেক লগস নৃপতিৰ আগে তই।
বিস্তৰ সমৰ তোৰ দেখি আছোঁ মই ॥
যিটো নাহি দেখে তোৰ বিক্ৰম সমৰে।
তাৰ আগে কহ মিছা টাই* অহঙ্কাৰে ॥ ২৫৪৭৭
কৃষ্ণ অৰ্জ্জুনক জিনিবাক কৰ সাস।
ইটো কথা শুনি মোৰ বৰ উঠে হাস ॥
গৰু আনিবাক গৈলা বিৰাটনগৰে।
সমদলে সাজিপাৰি সবে চপকৰে ॥ ২৫৪৭৮
অকলে অৰ্জ্জুনে আসি সাজি দিল ৰণ।
কিসক পলাইলা আগে তুমি বীৰ কৰ্ণ ॥
গন্ধৰ্বে বান্ধিয়া নেই কুৰু ভূপতিক।
যুযুঁজি তৈসানি আগে পলাইলাহা কিক ॥ '৭৯
কৌৰৱৰ আগত তোমাৰ মুনিষাই।
অৰ্জ্জুনক দেখিলে ভাঙ্গিবে সবে টাই ॥
কিসক পাচত তাক বোলা অনন্তৰ।
খৰতৰ মেঘে যেন গৰ্জ্জয় বিস্তৰ ॥ ২৫৪৮০
যাৱত নেদেখ তই বানৰ ধ্বজক।
তাৱত গৰ্জ্জিবে জানো দেখায়া লোকক ॥
যাৱত নেভেদে অস্থি মজ্জা ঘোৰ শৰে।
তাৱত গৰ্জ্জিবে তই জানো সাৰা সাৰে ॥ ২৫৪৮১
ক্ষত্ৰিয়ে গৰ্জ্জন কৰে নিজ বাহুবলে।
শাস্ত্ৰবলে পণ্ডিতে গৰ্জ্জয় কুতূহলে ॥
অৰ্জ্জুনে কৰন্ত গৰ্ব শৰ ধনু ধৰি।
তই গৰ্ব কৰ মিছা মনোৰথ স্মৰি ॥ ২৫৪৮২
বিস্তৰ বিগুতি কৰি মাতিলন্ত কৃপে।
শুনি কৰ্ণে উত্তৰ দিলন্ত মহাকোপে ॥
শুন অৰে কৃপাচাৰ্য্য দুৰ্জ্জন ব্ৰাহ্মণ।
এতমান নিন্দা মোক কৰা কি কাৰণ ॥ ২৫৪৮৩
ক্ষত্ৰিয়ে গৰ্জ্জন কৰে যুদ্ধ অভিলাষে।
বাৰিষাৰ মেঘে যেন গৰ্জ্জে অহৰ্নিশে ॥
সেহি গৰ্জ্জনৰ দ্বাৰা হোৱে বৰিষণ।
বসুমতী হোৱে সৰ্বশস্যে সুসম্পন্ন ॥ ২৫৪৮৪

হেন মনে জানি মই গৰ্জ্জোঁ অনুক্ষণে।
তই কাপুৰুষ মোক নিন্দা কৰ কেনে ॥
যিটো ভাৰ সহিবাক পাৰয় পুৰুষে।
মনত নিচিন্ত কৰি ৰহয়ো হৰিষে ॥ ২৫৪৮৫
অৱশ্যে দেৱতা তাৰ হোৱন্ত সহায়।
সবে মনোৰথ পূৰে নাহি কিছু ভয় ॥
যি কাৰ্য্য কৰিবো মই আছয় মনত।
তাতেলে গৰ্জ্জন মই কৰোঁহো সতত ॥ ২৫৪৮৬
আপোন মহিমা জানি গৰ্ব কৰোঁ মনে।
তোৰ কোন হানি ভৈল কহবে ব্ৰাহ্মণে ॥
মোৰ বল পৰাক্ৰম জানয় অৰ্জ্জুনে।
কৃষ্ণ ধনঞ্জয় যেন মই জানোঁ মনে ॥ ২৫৪৮৭
একো গুণে ধনঞ্জয় মোক নুহি সম।
তাতেসে গৰ্জ্জন কৰোঁ শুনৰে গৌতম ॥
অৱশ্যে বধিবো আজি কৃষ্ণ অৰ্জ্জুনক।
বন্দী কৰি দিবো আনি সবে পাণ্ডৱক ॥ ২৫৪৮৮
দুৰ্য্যোধন ৰাজাৰ সাধিবো মনোৰথ।
অকণ্টক বসুমতী ৰাজ্যভোগ অৰ্থ ॥
হেন শুনি দুনাই মাতিলন্ত কৃপাচাৰ্য্য।
মিছা মনোৰথ কেনে কৰস সুতজ ॥ ২৫৪৮৯
পাণ্ডৱক বধিবাক মিছা মনোৰথ।
তুমি কোনবস্তু দেৱো নুহিকে সমৰ্থ ॥
মহা ধনুৰ্দ্ধৰ যুদ্ধবিদ্যা বিশাৰদ।
নুহিকে মনুষ্য দুই দেৱৰ দায়াদ ॥ ২৫৪৯০
যক্ষ ৰক্ষ গন্ধৰ্ব পিশাচ সুৰ নৰ।
দেৱ যে অসুৰ সৰ্প মনুষ্য কিন্নৰ ॥
এসম্বাৰ মাজে আছে যত বীৰগণ।
কৃষ্ণ অৰ্জ্জুনক সম নুহি একোজন ॥ ২৫৪৯১
মহা সত্যবাদী দেৱ গুৰুত ভকত।
সদ কৰ্ম্মশালী অস্ত্ৰ শস্ত্ৰত পাৰ্গত ॥
ধৃতিমন্ত কৃতপ্ৰাজ্ঞ সাগৰ গম্ভীৰ।
ব্ৰাহ্মণ ভকত ধৰ্মৰাজা যুধিষ্ঠিৰ ॥ ২৫৪৯২
ভীম আদি কৰি ভ্ৰাতৃগণ নিৰন্তৰ।
দিব্যঅস্ত্ৰ ধৰি ইন্দ্ৰ সম বলিয়াৰ ॥

* টাই—অহঙ্কাৰ।

ধৃষ্টদ্যুম্ন শিখণ্ডী বিৰাট জয়িজয় ।
চন্দ্ৰসেন ভদ্ৰসেন দেৱৰ দুৰ্জ্জয় ॥ ২৫৪৯৩
বসুচন্দ্ৰ দাসচন্দ্ৰ বীৰ গ্ৰজোদৰ ।
কীৰ্ত্তিব্ৰহ্মা সিংহচন্দ্ৰ সুত দ্ৰুপদৰ ॥
আপুনি দ্ৰুপদ ৰাজা সিংহ পৰাক্ৰম ।
আছন্তো অৰ্জ্জুন আসন্নাব কোন সম ॥ ২৫৪৯৪
আনো যত বীৰগণ পাণ্ডৱী দলৰ ।
ৰাক্ষসৰ অধিপতি সুত হিড়িম্বৰ ॥
সাগৰ সঙ্কাশ বিৰাটৰ পুত্ৰগণ ।
সাত্যকি আছন্ত বীৰ ৰথ অকম্পন ॥ ২৫৪৯৫
আনো যত বীৰগণ আছয় সাম্প্ৰত ।
পাণ্ডৱৰ অৰ্থে প্ৰাণ দিবাক শকত ॥
অপ্ৰমেয় বল প্ৰভু কৃষ্ণ জনাৰ্দ্দন ।
যাৰ অৰ্থে কৰিয়াছা কৱচ বন্ধন ॥ ২৫৪৯৬
তাঙ্ক জিনিবাক তুমি কৰা অঙ্গীকাৰ ।
ইটো কথা শুনি হাস উঠে বাৰম্বাৰ ॥
সঞ্জয়ে বোলন্ত শুনিয়োক নৃপবৰ ।
হেন যেবে গৰিহা বুলিলা দ্বিজবৰ ॥ ২৫৪৯৭
শুনি কৰ্ণে হাসি হাসি বোলন্ত উত্তৰ ।
যতেক কহিলা গুণগণ পাণ্ডৱৰ ॥
ইহাতে অধিক গুণ হয় বহুতৰ ।
যদি ৰক্ষা কৰিয়া ফুৰন্ত দামোদৰ ॥ ২৫৪৯৮
তথাপি বধিবো হানি ইন্দ্ৰৰ শকতি ।
নিশ্চয় কহিলোঁ শুন ব্ৰাহ্মণ দুৰ্ম্মতি ॥
কৃষ্ণ অৰ্জ্জুনক যদি বধিলোঁহো ৰণে ।
কি কৰিব আজি পাৰি সব পাণ্ডুগণে ॥ ২৫৪৯৯
আজি অপাণ্ডৱা কৰিবোহো বসুমতী ।
আজি দুৰ্য্যোধনে মই পাতিবো নৃপতি ॥
হেন মনে জানি মই কৰিলোঁ গৰ্জ্জন ।
তই নিন্দা কৰ কেনে দুৰ্জ্জন ব্ৰাহ্মণ ॥ ২৫৫০০
আউৰ যেবে মোক তই কৰা নিন্দাবাণী ।
খড়গ ধৰি জিহ্বা তোৰ কাটিবোহো টানি ॥
অৱশ্যে কৰিবো আজি তোৰ প্ৰতিকাৰ ।
মোক হেন [illegible] আন কাব ॥ ২৫৫০১

এহি বুলি খড়গ ধৰি খেদি যায় কৰ্ণে ।
কৃপ আচাৰ্য্যৰ জিহ্বা কাটিবাক মনে ॥
দেখি অশ্বত্থামা ধাইলা হাতে খড়গ ধৰি ।
সিংহক ধাইলন্ত যেন প্ৰমত্ত কেশৰী ॥ ২৫৫০২
হায়ৰে পাপিষ্ঠ সুতপুত্ৰ কুলাধম ।
আমাৰ আগত তই দেখাহা বিক্ৰম ॥
পাণ্ডৱৰ কথা শুনি যদি লাগে ডৰ ।
আগে কেনে আলচিয়া পাতিলা সমৰ ॥ ২৫৫০৩
আপোনাক মহাবীৰ মানি হেন মনে ।
আমাক জোঙ্কাহা তোৰ গহ এতমানে ॥
আজি তোৰ বাপৰ এৰান নাহি ৰণে ।
খড়গ হানি কাটিয়া কৰিবো খান খানে ॥ ২৫৫০৪
ভাগিনক দেখি মহাক্ৰোধে কৃপাচাৰ্য্য ।
খড়গ ধৰি ধাইলা বেগে যেন পক্ষিৰাজ ॥
হেন দেখি মহাভয়ে ৰাজা দুৰ্য্যোধন ।
অশ্বত্থামা বীৰক ধৰিলা তেতিক্ষণ ॥ ২৫৫০৫
কৃপ আচাৰ্য্যক ধৰিলন্ত দুঃশাসন ।
প্ৰণতিপূৰ্ব্বকে শান্ত কৰাইলা তেখন ॥
তোমাতেসে ভাৰসা কৰিছোঁ সৰ্বভাৱে ।
এৰিয়োক ক্ৰোধ ৰক্ষা কৰা তযু পাৱে ॥ ২৫৫০৬
তুমি কৰ্ণ কৃপ দ্ৰোণ শল্য মহাৰাজ ।
তোমাকেসে গহে যুঁজিবাক ভৈলা সাজ ॥
তুমিসবে দ্বন্দ কৰা আপোনাৰ মাজ ।
শত্ৰুয়ে পাইবেক লাই নিসিজিব কাজ ॥ ২৫৫০৭
চুৱা দেখা পাণ্ডৱ আসয় মোৰ ধাৱে ।
যুদ্ধক আহ্বান কৰি গৰ্জ্জে বাৰম্বাৰে ॥
তাকে লাগি যায়ো আজি সবে মহাবল ।
শত্ৰুয়ে আশয় পাইবে এৰিয়ো কন্দল ॥ ২৫৫০৮
শুনি কৃপাচাৰ্য্য পাচে দিলন্ত উত্তৰ ।
দোষ বুজি আমাক খজিবা নৃপবৰ ॥
যুদ্ধ নিজিনিয়া মিছা কৰন্ত গৰ্জ্জন ।
শুনিবে নোৱাৰি কিছু বুলিলোঁ বচন ॥ ২৫৫০৯
সমৰে বৈৰক জিনি কৰয় গৰ্জ্জন ।
তাহাক পণ্ডিত জনে বোলে অধমজন ॥

তোমাৰ বচনে আমি এৰিলোঁ। কন্দল।
আপুনি ভুঞ্জিবা কুবুদ্ধিৰ যত ফল ॥ ২৫৫১০
এতেকতে পাণ্ডুসেনা ওচৰ চাপিলা।
দেখি কৰ্ণ সেনাপতি যুদ্ধক চলিলা ॥
কৰ্ণক দেখিয়া পাণ্ডৱৰ বীৰগণে।
ধৰ মাৰ বুলিয়া ধাইলেক তেতিক্ষণে ॥ ২৫৫১১
পাচে লাগিলেক যুদ্ধ কৰ্ণ পাণ্ডৱৰ।
সিংহনাদে পূৰিলেক দেশ দেশান্তৰ ॥
কৰ্ণক দেখিয়া পাণ্ডু পাঞ্চালৰ দলে।
চতুৰ্ভিতি বেঢ়ি শৰ হানে কুতুহলে ॥ ২৫৫১২
কোন গোট কৰ্ণ কেহো বোলে এহি কৰ্ণ।
কৈক যাইবি মাৰি পেষোঁ। যমৰ সদন ॥
অনৰ্থৰ মূল এহি কুৰু পাণ্ডৱৰ।
মহাগৰ্ব মূল ব্যাধি ইটো জগতৰ ॥ ২৫৫১৩
আক মাৰি পৃথিবীৰ খণ্ডাওঁ নিকাৰ।
মহা মন্দবুদ্ধি কুপুৰুষ কুলাঙ্গাৰ ॥
এহি বুলি শৰ প্ৰহাৰয় বীৰগণে।
কৰ্ণক বধিবা প্ৰতি অত্যন্ত যতনে ॥ ২৫৫১৪
তাসম্বাৰ শৰে ফুটি ৰাধাৰ নন্দনে।
কিছু ব্যথা নাহি শঙ্কা নুপজিল মনে ॥
অকলে পশিলা কৰ্ণ সেনাৰ ভিতৰ।
সাগৰে পশিল যেন প্ৰমত্ত মগৰ ॥ ২৫৫১৫
সেহিমতে পশি কৰ্ণ সেনাৰ ভিতৰে।
নিজ বাহুবলে শৰ বৰষিলা ধাৰে ॥
ধনু টানি শৰচয় কৰিলা প্ৰহাৰ।
পাণ্ডু পাঞ্চালৰ সেনা মাৰিল অপাৰ ॥ ২৫৫১৬
সমৰে নিপুণ বীৰবৰ ৰাধাসুত।
হয় হস্তী ৰথ ৰথী মাৰিলা বহুত ॥
পাণ্ডু দলে মাৰে শৰ ক্ষাটে ৰাধাসুতে।
কৰ্ণৰ শৰক পাণ্ডু দল কাটে দ্ৰুতে ॥ ২৫৫১৭
যেন দেৱাসুৰ যুদ্ধ কৰিলা পূৰ্বত।
ইবেলায়ো সংগ্ৰাম মিলিলা সেহিমত ॥
ৰাধাৰ সুতৰ যেন শৰবলা ধাৰ।
পাণ্ডৱৰ বীৰগণ ভৈলা পৰাভৱ ॥ ২৫৫১৮

ৰথধ্বজ দণ্ড ছত্ৰ পতাকা তোৰণ।
কাটিয়া পেলাইলা সবে নানা আভৰণ ॥
কৰ্ণমানে অঙ্কিত বিচিত্ৰ শৰচয়।
আধাকে হানয় তাক সূৰ্য্যৰ তনয় ॥ ২৫৫১৯
সেহি শৰে ফুটি প্ৰজা মৰয় আকুল।
পলাইতে লাগিল প্ৰজা কৰি হুলস্থুল ॥
হাত পাৱ কাম্পে প্ৰজা পলাই মহাভয়।
শীতে পীড়িলেক যেন কাম্পে গৰুচয় ॥ ২৫৫২০
শিৰ উৰু কটি কন্ধ বাহু বক্ষস্থলে।
পৰি শোভা কৰে ৰণ ধৰণীমণ্ডলে ॥
কতো মৰি গৈল্প কতো মৰন্তে আছয়।
কতো আধামৰা প্ৰাণী জল খুজি খায় ॥ ২৫৫২১
মৃতকৰ শৰে ৰণ ধৰণী সুহায়।
বৈবস্বত পুৰে যেন দেখি সেহি নয় ॥
কৰ্ণৰ বিক্ৰম হেন দেখি দুৰ্য্যোধন।
দ্ৰোণীক সম্বোধি হেন বুলিলা বচন ॥ ২৫৫২২
দেখিয়োক গুৰু কেন ৰাধেয়ৰ বল।
অকলে ভঙ্গাইলা পাণ্ডু পাঞ্চালৰ দল ॥
কাৰ্ত্তিকে ভঙ্গাইল যেন সেনা তাৰকৰ।
সেহিমতে পলাই প্ৰজা পাণ্ডু পাঞ্চালৰ ॥২৫৫২৩
আক সম বীৰ আন নাহি ত্ৰিভুবনে।
কি কৰিতে পাৰে আক শতেক অৰ্জ্জুনে ॥
হুৱা দেখা খেদি আসে কৃষ্ণ ধনঞ্জয়।
কালান্তক যম যেন দেখি সেহি নয় ॥ ২৫৫২৪
তাক লাগি যায়ো সবে সাজি বীৰচয়।
যেনমতে হোৱয় কৰ্ণৰ ৰণ জয় ॥
নৃপতিৰ আজ্ঞা হেন শুনি গুৰুসুতে।
সবে বীৰগণে সাজি চলিলেক দ্ৰুতে ॥ ২৫৫২৫
কৃপ কৃতবৰ্ম্মা অশ্বত্থামা বৃষসেন।
শকুনি সুষেন ধাইলা মত্তসিংহ যেন ॥
আনো যত বীৰগণ কৌৰৱদলৰ।
কৰ্ণক আৱৰি সবে ভৈলা নিৰন্তৰ ॥ ২৫৫২৬
এতেকে অৰ্জ্জুন আসি সমীপ চাপিলা।
মগৰক দেখি যেন মহুক উঠিলা ॥

হেন শুনি ৰাধাসুতে অসন্তোষ মনে ।
বহ বুলি আগভেটি ধৰিলা তেখনে ॥ ২৫৫২৭
পাচে কৰ্ণে অৰ্জ্জুনক মহাকোপ মনে ।
তিনি ভল্লে হৃদয়ত ভেদিলা তেখনে ॥
কৰ্ণৰ লাঘৱ হেন দেখি ধনঞ্জয় ।
তিনি শত শৰে তাৰ ভেদিলা হৃদয় ॥ ২৫৫২৮
তৈল-ধৌত শনাইত্ত ত্ৰিশূল সদৃশ ।
হেন শৰে ফুটি গাৱে উথলিল বিষ ॥
পুনৰপি একগোটা হানিলা নাৰাচ ।
লহ লহ কৰে জিহ্বা যেনে সৰ্পৰাজ ॥ ২৫৫২৯
বিষাদ শবদে গই পৰিলা হিয়াত ।
ফুটি নিকলিয়া পশিলেক পাতালত ॥
যমক দেখিয়া ধনু পৰিলা হাতৰ ।
দেখি হাসি ভুলিলেক কৃষ্ণ দামোদৰ ॥ ২৫৫৩০
দেখি কৰ্ণ নিমিষেকে তুলি লৈল ধনু ।
কৃষ্ণ অৰ্জ্জুনৰ শৰে ভেদিলেক তনু ॥
পাচে দোহান্তৰ ঘোৰ মিলিল সমৰ ।
শৰ হানি দুয়ো দুইকো কৰিলা জৰ্জ্জৰ ॥ ২৫৫৩১
যেন ঋতুমতী হস্তিনীৰ গন্ধ পায় ।
দুগোট মাতঙ্গ যুঁজে মৃত্যুকো নচায় ॥
সেহিমতে যুঁজে দুয়ো নাহি ভঙ্গজয় ।
দুহৃদয় কৰ্ণ নিদাৰুণ ধনঞ্জয় ॥ ২৫৫৩২
পাচে ধনঞ্জয় শৰ কৰি ঘোৰতৰ ।
ধনুখান কাটিলন্ত কৰ্ণৰ হাতৰ ॥
চাৰিয়ো ঘোটক কাটিলন্ত চাৰি শৰে ।
সাৰথিক কাটিয়া নিলন্ত যমঘৰে ॥ ২৫৫৩৩
পুনৰপি কৰ্ণক হানিলা শৰচয় ।
মৰ্ম্মস্থান ভেদি তেজ ধাৱায় বহয় ॥
ৰথ ধনু নষ্ট ভৈল হৃদয়ত মৰ্ম্ম ।
মনে মনে গুণে আৰে কৰোঁ কোন কৰ্ম্ম ॥ ২৫৫৩৪
গুণি বিমৰষি সাৰ কৰিলা মনত ।
লৰৰি উঠিল গই কৃপৰ ৰথত ॥
কৰ্ণ পলাইবাক দেখি যত বীৰচয় ।
বিভঙ্গে পলাইলা মনে অৰ্জ্জুনক ভয় ॥ ২৫৫৩৫

পলাই বীৰগণ হেন দেখি দুৰ্য্যোধন ।
সবাকো সম্বোধি হেন বুলিলা বচন ॥
নকৰিবা ভয় শুনা সবে বীৰগণ ।
অৰ্জ্জুন বধিতে মই চলিলোঁ এখন ॥ ২৫৫৩৬
অৰ্জ্জুনক বধিবোহো আজিৰ সমৰে ।
পাচে পাণ্ডু পাঞ্চালক নিবোঁ যমঘৰে ॥
যেবে নেদেখয় মানে মোৰ বাহুবল ।
অৰ্জ্জুনৰ মুনিষাই জানা ততকাল ॥ ২৫৫৩৭
অকলে বধিবো কৃষ্ণ অৰ্জ্জুনক ৰণে ।
ৰঙ্গ চাহি থাকা আজি সব বীৰগণে ॥
অৰ্জ্জুনক যদি মই বধি লওঁ ৰণে ।
ভীম যুধিষ্ঠিৰ মোত পশিবে শৰণে ॥ ২৫৫৩৮
নকুল সহদেৱ দুই আতি শিশুমতি ।
তাসম্বাক লাগি মোৰ ক্ৰোধ নাহি আতি ॥
আপুনি পলাইবে ভয়ে সবে বীৰগণ ।
অকণ্টকা বসুন্ধৰী কৰিবো ভোজন ॥ ২৫৫৩৯
এহি বুলি ধাইলা ৰাজা ক্ৰোধ কৰি ৰৱ ।
লগত লৈলেক বাছি প্ৰজা বহুতৰ ॥
বাদ্য ভণ্ডে দণ্ডে ছত্ৰে ধ্বজে গজ বাজী ।
চতুৰঙ্গ দলে ধাইলা ধনুৰ্গুণ সাজি ॥ ২৫৫৪০
বিদ্যুত সঞ্চাৰে চলি যায় নৃপবৰ ।
বহ্নিত ফৰিঙ্গ যেন সেহি পটন্তৰ ॥
হেন দেখি দ্ৰৌণীক মাতন্ত কৃপাচাৰ্য্য ।
দেখিয়ো ভাগিন অসাজ ভৈল কাৰ্য্য ॥ ২৫৫৪১
ক্ৰোধে ৰোষে খেদি যায় ৰাজা দুৰ্য্যোধন ।
অৰ্জ্জুন বধিবে লাগি অত্যন্ত যতন ॥
যেন তেজি ঘোটকে দুগ্ৰহ ভৰে ভাৰ ।
অসংখ্য কৰ্ম্মক যেন কৰে অঙ্গীকাৰ ॥ ২৫৫৪২
সেহিমতে দুৰ্য্যোধন ক্ৰোধে আসে ধাই ।
জ্বলন্ত অগ্নিত যেন পৰিবাক যায় ॥
যাৰে লাগ নপাৱন্ত ধনঞ্জয় বাঘে ।
তবে নৃপতিক লই পলাওঁ আগে ॥ ২৫৫৪৩
অৰ্জ্জুনৰ শৰে যাৰে নকৰয় ছন্ন ।
তাৰে ৰাখা কৰিয়োক ৰাজা দুৰ্য্যোধন ॥

মহাকাল সৰ্প সম অৰ্জ্জুনৰ শৰ।
হৃদয়ে ফুটিয়া যাবে নকৰে অৰ্জ্জুৰ ॥ ২৫৫৪৪
তাৰে আগভেটি যুদ্ধ কৰা নিবাৰণ।
অৰ্জ্জুনৰ হাতে যাবে নিমিলে মৰণ ॥
পৰম অযুক্ত ইটো মানো মই মনে।
শাৰ্দ্দূলৰ আগে যেন প্ৰমত্ত হৰিণে ॥ ২৫৫৪৫
যদি অৰ্জ্জুনক যুদ্ধ কৰে দুৰ্য্যোধন।
অৱশ্যে মিলিবে তান দুৰ্যোৰ মৰণ ॥
কৃপৰ বচন হেন শুনি গুৰুসুতে।
নৃপতিৰ লাগ যায় ধৰিলন্ত ক্ৰুতে ॥ ২৫৫৪৬
পালটা পালটা ৰাজা যুদ্ধক নলাগে।
লাগ পাইলে নেৰিবেক ধনঞ্জয় বাঘে ॥
মই বিদ্যমানে ৰাজা নকৰিবা ডৰ।
তুমি পাচে হোৱা মই কৰিবো সমৰ ॥ ২৫৫৪৭
আমাৰ বচন যদি কৰা অনাদৰ।
অৰ্জ্জুনক যুজিবাক চলা একেশ্বৰ ॥
তেৱে বৰ তোমাৰ মিলিব অথন্তৰ।
হেন জানি পালটিয়ো ৰাজ ৰাজেশ্বৰ ॥ ২৫৫৪৮
দ্ৰোণীৰ বচন শুনিলেক দুৰ্য্যোধন।
বৈদ্যে যেই দেই ৰোগী আৰু সেহিমন ॥
যি বুলিলা দ্ৰোণসুত সব সত্য হয়।
শুনিবাক ভাল পৰমাৰ্থ কিছু নাই ॥ ২৫৫৪৯
শিশুকাল হন্তে গুৰু হিত পাণ্ডৱৰ।
গাৱ লগাই একো কালে নকৰা সমৰ ॥
যদি অকপটে যুদ্ধ কৰা বাপ পোৰে।
তেৱে এত বৰ যুদ্ধ কৰয় পাণ্ডৱে ॥ ২৫৫৫০
তোমাসাৰ দোষ নাই মই ভাগ্যহীন।
যুধিষ্ঠিৰ নৃপতিৰ মিলিল সুদিন ॥
গুৰু পিতৃ বুলি মনে মানি আওঁ যাক।
তথাপি কুবুদ্ধি হেন কৰন্ত আমাক ॥ ২৫৫৫১
ইন্দ্ৰক জিনিব যিটো পাৰন্ত সমৰে।
পৃথিবীত নাহি যাক সম ধনুৰ্দ্ধৰে ॥
হেন মনে জানি মই পশিলোঁ শৰণে।
মোৰ কৰ্ম্মফলে সিয়ো ভৈল অকাৰণে ॥ ২৫৫৫২
মই লুবুধৰ ধিক ধিক মনোৰথ।
অৱশ্যে জানিলোঁ মই যাইবো যমপথ ॥
তুমি গুৰুসুত মোৰ প্ৰাণ সমসৰ।
তোমাৰ সমুখে যুঁজিবেক কোন নৰ ॥ ২৫৫৫৩
হেন জানি এতিক্ষণে চলিয়ো সত্বৰ।
পাণ্ডু পাঞ্চালক মাৰি পেষা যমঘৰ ॥
কৃষ্ণ অৰ্জ্জুনক মাৰিবাহা তাত পাচে।
আপুনি পলাইবে আন বীৰ যত আছে ॥ ২৫৫৫৪
হেন শুনি গুৰুসুতে দিলন্ত উত্তৰ।
নুবুলিবা ইসব বচন নৃপবৰ ॥
অৰ্জ্জুনক সমৰে জিনিবে কোনে পাৰে।
ত্ৰৈলোক্য ঈশ্বৰ এক শঙ্কৰত পৰে ॥ ২৫৫৫৫
তথাপি যুঁজিবো প্ৰাণ পৰিশ্ৰম কৰি।
প্ৰাণসম বস্তু দিলে কি কৰিবে পাৰি ॥
গুৰু গৌৰৱৰ বোল দেখিলাহা তিত।
কৰ্ণ শকুনিৰ বোল মানিলাহা হিত ॥ ২৫৫৫৬
পাণ্ডৱ সহিতে যুদ্ধ লগাইলা ডাঙৰ।
এতেকে সকলে মৰি যাইবো যমঘৰ ॥
যি হৌক সি হৌক তভো যুজিবাক যাওঁ।
কত গুটি বীৰ মাৰি যমক পঠাওঁ ॥ ২৫৫৫৭
এহি বুলি চলি গৈলা গুৰুৰ নন্দন।
পাণ্ডু পাঞ্চালত পশি লগাইলে কদন ॥
হয় হস্তী ৰথী ৰথ মাৰিলা অপাৰ।
মাংস শোণিতেৰে ৰণস্থলী পঙ্কাকাৰ ॥ ২৫৫৫৮
পলাই বীৰগণে সবে সমৰ উপেক্ষি।
পাঞ্চাল তনয় ধৃষ্টদ্যুম্নে আছে দেখি ॥
পাৰাৱত বৰ্ণ তাৰ চাৰিগোটা হয়।
ৰথখান দেখি চন্দ্ৰমণ্ডল আলয় ॥ ২৫৫৫৯
হেন ৰথে চৰি ধৃষ্টদ্যুম্ন সেনাপতি।
গুৰুৰ পুত্ৰক ধাইলা ক্ৰোধ কৰি আতি ॥
শুন দ্ৰোণসুত মন্দবুদ্ধি অহঙ্কাৰী।
আমাক সুযুঁজি প্ৰজা কুৰুৰ সংহাৰি ॥ ২৫৫৬০
বীৰৰ লগত যুদ্ধ কৰিবাক ভৰে।
অন্তৰে অন্তৰে যুৱে প্ৰাণৰ কাতৰে ॥

তোক মাৰি আজি যম কৰণে পঠাওঁ।
আজি ধৰি গুচাওঁ অশ্বত্থামা হেন নাউ ॥ ২৫৫৬১
এহি বুলি ধৃষ্টদ্যুম্ন পাঞ্চালনন্দনে।
শৰ হানি তাৰ ভেদিলেক মৰ্ম্মস্থানে ॥
সুবৰ্ণ পুংখিয়া শৰ অগ্ৰ খুৰতৰ।
সৰ্বকায় বিদাৰণ আতি ভয়ঙ্কৰ ॥ ২৫৫৬২
হেন শৰে ফুটি শোভা কৰে বীৰবৰ।
পুষ্পিত বৃক্ষত যেন পৰিছে ভ্ৰমৰ ॥
শৰঘাৱে দুগুণে কিটাইলা দ্বিজবৰ।
পাচে প্ৰহাৰিলা যেন সৰ্প ভয়ঙ্কৰ ॥ ২৫৫৬৩
পাচে অশ্বত্থামা মহামানী বীৰবৰ।
হাতে ধনু শৰ ধৰি দিলন্ত উত্তৰ ॥
থাক থাক ধৃষ্টদ্যুম্ন মুহূৰ্ত্তেক মানে।
তোক মাৰি অৱশ্যে পেথিবো যমথানে ॥ ২৫৫৬৪
এহি বুলি ঝাকে ঝাকে প্ৰহাৰিলা শৰ।
দশো দিশ ভেদিলেক পাঞ্চাল পুত্ৰৰ ॥
শৰঘাৱ পাই পাচে পাঞ্চালতনয়।
গুৰুৰ পুত্ৰক চাহি আশেষ গৰ্জ্জয় ॥ ২৫৫৬৫
শুন অৰে দ্ৰোণসুত কথা কহোঁ মই।
দ্ৰোণ বধ হেতু জন্ম জান মোক তই ॥
পিতৃক বধিবো অৰে কালি প্ৰভাততে।
আজি তোক মাৰিবোহো জানিবি সাক্ষাতে ॥ '৬৬
যাতো অহৰ্নিশে হিংসা কৰ পাণ্ডৱক।
অহৰ্নিশে মন্দবুদ্ধি দেস কৌৰৱক ॥
দ্ৰুপদ সুতৰ শুনি পৌৰুষতা বাণী।
ক্ৰোধে জ্বলিলন্ত যেন তুলাত অগনি ॥ ২৫৫৬৭
ক্ৰোধে চক্ষু পকাই যেন দহিবাক চান্ত।
মহাকাল সৰ্প যেন নিশ্বাস কাঢ়ন্ত ॥
গুৰুৰ তনয়ে শৰ বৰিষে অপাৰ।
ধৃষ্টদ্যুম্ন শৰে নিবাৰিল বাৰে বাৰ ॥ ২৫৫৬৮
পাচে দুহান্তৰ ঘোৰ মিলিল সমৰ।
শৰে হানি দুইকো দুই কৰিলা জৰ্জ্জৰ ॥
দুইকো দুই শৰবৃষ্টি কৰে ধাৰাসাৰে।
যেনে মেঘে বৃষ্টি কৰে পৰ্ব্বত উপৰে ॥ ২৫৫৬৯

দুয়ো দুহান্তৰ ভেদিলেক মৰ্ম্মস্থানে।
তুল্য পৰাক্ৰম বলে বয়স সমানে ॥
দ্ৰৌণী পাণ্ডৱৰ যুদ্ধ দেখি দেৱগণে।
সাধু সাধু বুলি প্ৰশংসিলা সৰ্বজনে ॥ ২৫৫৭০
দুহান্তৰ ঘোৰ শৰে ছুৰিল আকাশ।
অন্ধকাৰ নিশি যেন মেঘৰ প্ৰকাশ ॥
দুইখান ধনু যেন মণ্ডল আকাৰ।
অহৰ্নিশে শুনি মাত্ৰে ধনুৰ টঙ্কাৰ ॥ ২৫৫৭১
দুই খান ধনুৰ হন্তে বাহিৰাই বাণ।
শৰীৰত পৰে যেন বজ্ৰৰ সমান ॥
যেন দুই মত্ত হস্তী যুদ্ধ কৰে বনে।
সেহিমতে ঘোৰ যুদ্ধ কৰে দুইজনে ॥ ২৫৫৭২
উভয় দলত লাগি গৈল উসমিস।
শঙ্খ মৃদঙ্গৰে পূৰিলেক দশোদিশ ॥
মুহূৰ্ত্তেক মানে যুদ্ধ ভৈল দুহান্তৰ।
দেখি প্ৰাণ হৰে অল্পশত মনুষ্যৰ ॥ ২৫৫৭৩
সেহি বেলা ছিদ্ৰ পাই গুৰুৰ কুমাৰে।
ধনুধ্বজ কাটিলন্ত দ্ৰুপদ পুত্ৰৰে ॥
দণ্ডছত্ৰ কাটিলন্ত প্ৰাম্বিযে সাৰথি।
চাৰি ঘোঁৰা কাটিলন্ত থানিকে নপেখি ॥ ২৫৫৭৪
ধনুধ্বজ হত দেখি দ্ৰুপদনন্দনে।
আপোন সেনাত গই পশিলা তেখনে ॥
ৰণ হাৰি গৈল যেৱে দ্ৰুপদকুমাৰ।
পাঞ্চাল দলত পশিলন্ত দ্বিজবৰ ॥ ২৫৫৭৫
হয় হস্তী ৰথী ৰথ মাৰিলা অপাৰ।
ভঙ্গ দিলা পাণ্ডুসেনা ভাঙ্গি পটোৱাৰ ॥
দ্ৰৌণীৰ বিক্ৰম দেখি কুৰু বীৰগণে।
সাধু সাধু বুলি প্ৰশংসিলা সৰ্বজনে ॥ ২৫৫৭৬
সেহি বেলা সোমদত্ত ৰাজা মহাকোপে।
পুত্ৰশোকে সাত্যকিক ধাইলা একেছিপে ॥
ক্ৰোধে খেদি আসে সোমদত্ত নৃপবৰ।
দেখি সাৰথিক পাচে দিলন্ত উত্তৰ ॥ ২৫৫৭৭
দেখা খেদি আসে সোমদত্ত নৃপবৰ।
তাকে লাগি ৰথ মোৰ বাহিয়ো সত্বৰ ॥

হেন শুনি সাৰথি ডাকিলা ৰথবৰ।
যথাত আছন্ত সোমদত্ত নৃপবৰ॥ ২৫৫৭৮
দেখি সাত্যকিক সোমদত্ত নৃপবৰে।
শৰে হানি সাত্যকিক ছাইলা নিৰন্তৰে॥
যেন মহা মেঘে ঢাকিলেক আদিত্যক।
সেহি মতে ঢাকি থৈলা সাত্যকি বীৰক॥ ২৫৫৭৯
শৰঘাৱ পায়া পাচে বীৰ যুযুধান।
শনাইবাৰ শৰচয় কৰিলা সন্ধান॥
পাচে দুইহান্তৰ ঘোৰ মিলিলা সমৰ।
শৰে হানি দুইক দুই কৰিলা জৰ্জ্জৰ॥ ২৫৫৮০
ধাৰে বহে শোণিত গাৱত ভৈলা ক্ষত।
ফুলিল পলাশ যেন বসন্ত কালত॥
দুইখান ৰথ ফুৰে চক্ৰাকাৰ কৰি।
দুইক দুই গৰ্জ্জে যেন প্ৰমৰ্ত্ত কেশৰী॥ ২৫৫৮১
সুৱৰ্ণ পুংখিয়া শৰ ফুটিছে বিস্তৰ।
ধাৰাসাৰে ৰহে তেজ দেখি লাগে ডৰ॥
বাৰিষা কালত যেন খদ্যোত বিস্তৰ।
দুগোট বৃক্ষত পৰি শোভে নিৰন্তৰ॥ ২৫৫৮২
সেহিমতে দুইৰ শৰে ফুটি দুইবীৰ।
তথাপি আক্ৰান্ত কৰে নিশঙ্ক শৰীৰ॥
সেহি সময়ত সোমদত্ত নৃপবৰে।
হাতভে কাটিলা ধনু বীৰ সাত্যকিৰে॥ ২৫৫৮৩
আৰু একশত শৰ অতি ভয়ঙ্কৰ।
সাত্যকিৰ হৃদয়ে হানিলা নৃপবৰ॥
অতি লঘুহস্ত সোমদত্ত নৃপবৰ।
পুনু হৃদয়ত হানিলন্ত দশ শৰ॥ ২৫৫৮৪
মহাক্ৰোধে সাত্যকিৰ কম্পমান তনু।
মহা ভয়ঙ্কৰ হাতে তুলি লৈলা ধনু॥
তীখাল চোখাল শনাইবাৰ পঞ্চশৰে।
নৃপতিৰ হিয়াত হানিলা দৃঢ়তৰে॥ ২৫৫৮৫
পাচে এক ভল্ল শৰ প্ৰহাৰিলা ডাটি।
কাঞ্চনে ভূষিত শৰ পেলাইলন্ত কাটি॥
কুৰুপতি দেখে মোৰ ধনু ভৈল হত।
সাত্যকিক হানিলন্ত শৰ একশত॥ ২৫৫৮৬

পুনৰপি শৰ আৰ কৰিয়ে মেলিল।
খুৰ শৰে ধনুখান মাজতে কাটিল॥
সুৱৰ্ণ পুংখিয়া শৰ শিলাত শনাইলা।
কুৰু নৃপতিৰ হানি হিয়াত ভজাইলা॥ ২৫৫৮৭
পাচে সোমদত্তে হাতে লৈলা শৰ ধনু।
শৰে হানি সাত্যকিৰ ভেদিলন্ত তনু॥
নৃপতিৰ শৰে ফুটি বীৰ যুযুধান।
মহাপীড়া পাইলা দেখিলন্ত ভীমসেন॥ ২৫৫৮৮
সাত্যকিৰ অৰ্থে মহাক্ৰোধে ভীমসেনে।
দশ শৰে নৃপতিৰ ভেদিল সন্ধানে॥
ভীমৰ প্ৰহাৰ নগণিয়া নৃপবৰে।
পুনু সাত্যকিক প্ৰহাৰিলা কুৰি শৰে॥ ২৫৫৮৯
পুনৰপি ভীমে প্ৰহাৰিলা নৱবাণ।
হৃদয়ত পৰি ৰাজা পাইলা বৰ টান॥
আৰো ঘোৰ পৰিঘ হানিলা ভীমসেনে।
সোমদত্ত নৃপতিক বধিবাক মনে॥ ২৫৫৯০
ভীম ভুজবলে চলে পৰিঘ প্ৰচণ্ড।
তাকে আলগতে কৰিলেক খণ্ড খণ্ড॥
ভীমৰ পৰিঘ নষ্ট কৰি নৃপবৰ।
শঙ্খবাৰে পূৰিলন্ত দিশ দিশান্তৰ॥ ২৫৫৯১
হেন দেখি সাত্যকিৰ ক্ৰোধ অতিশয়।
শত্ৰুৰ আনন্দ দেখি নসহে হৃদয়॥
আথে বেথে জুৰিলন্ত অৰ্দ্ধচন্দ্ৰ বাণ।
কুৰু নৃপতিৰ কাটিলন্ত ধনুখান॥ ২৫৫৯২
চাৰি ঘোঁৰা কাটিল কনক ধ্বজ দণ্ড।
ৰথখান কাটিয়া কৰিলা খণ্ড খণ্ড॥
সাৰথিৰ শিৰ কাটিলন্ত শৰে হানি।
ছত্ৰখান কাটিলন্ত তিলৰ প্ৰমাণি॥ ২৫৫৯৩
পুনৰপি গুণত জুৰিলা এক শৰ।
জ্বলন্ত অগনি যেন প্ৰচণ্ড ভাস্কৰ॥
সুৱৰ্ণৰ পুংখ অগ্ৰভাগ খুৰতৰ।
যাক দৰশনে প্ৰাণ হৰে মনুষ্যৰ॥ ২৫৫৯৪
কৰ্ণমানে ধনু টানি প্ৰহাৰিলা ডাটি।
কিৰীটি সহিতে শিৰ পেলাইলন্ত কাটি॥

কুণ্ডলে মণ্ডিত শিৰ পৰিলেক খসি।
ভূমিত উদিত যেন হুলে পূৰ্ণশশী ॥ ২৫৫৯৫
সোমদত্ত নৃপতিক পৰিবাক দেখি।
সাত্যকিক ধাইলা কোপে ক্ষণিক নাপেখি ॥
হেন দেখি যুধিষ্ঠিৰ ৰাজা কোপমনে।
আইস বুলি দ্ৰোণক মাতিলা তেতিক্ষণে ॥২৫৫৯৬
শৰে হানি সেনাগণ মাৰিলা সমৰে।
পাঞ্চশৰে দ্ৰোণক ভেদিলা অনন্তৰে ॥
অতি ক্ৰুদ্ধ ভৈলা যেৱে দ্ৰোণ সেনাপতি।
নৃপতিৰ ধনু ধ্বজ কাটিলা সম্প্ৰতি ॥ ২৫৫৯৭
ধনু ধ্বজ নষ্ট ভৈল দেখিলা নৃপতি।
আন ধনু ধৰি গুণ লগাইলা সম্প্ৰতি ॥
দ্ৰোণক হানিলা ভল্লশৰ একশত।
মূৰ্চ্ছা যাই গুৰু দ্ৰোণ পৰিলা ৰথত ॥ ২৫৫৯৮
মুহূৰ্ত্তেক মানে স্বস্থ ভৈল দ্বিজবৰ।
নৃপতিক হানিলা প্ৰচণ্ড বায়ুশৰ ॥
পাণ্ডৱে দেৱৰ অস্ত্ৰ জানন্ত সকল।
পৰ্ব্বত সায়কে বায়ু কৰিলা নিষ্ফল ॥ ২৫৫৯৯
বায়ুবাণ নষ্ট কৰিলন্ত নৃপবৰ।
সাধু সাধু বুলি প্ৰশংসিলা সৰ্ব নৰ ॥
হেন দেখি হৰি অতিশয় ৰঙ্গমনে।
যুধিষ্ঠিৰ নৃপতিক বুলিলা বচনে ॥ ২৫৬০০
আমাৰ বচন শুনিয়োক মহাভাগে।
গুৰুয়ে সহিতে যুদ্ধ কৰিবে নলাগে ॥
জিনিলেও নাই যশ হাৰিলেও নাই লাজ।
জানি গুৰু সমে যুদ্ধ এৰা মহাৰাজ ॥ ২৫৬০১
দুৰ্য্যোধন নৃপতিৰ হিত চিন্তে মনে।
তোমাকে ধৰিবে চুম্পি ফুৰে সৰ্ব্বক্ষণে ॥
তাকে জানি আৰ লগে যুদ্ধ পৰিহৰা।
দুৰ্য্যোধন নৃপতিক বাহিৰ নকৰা ॥ ২৫৬০২
ৰাজায়ে ৰাজায়ে যুদ্ধ কৰিবাক ভাল।
ব্ৰাহ্মণৰ লগে যুদ্ধ এৰা মহীপাল ॥
কৃষ্ণৰ বচন শুনি আচাৰ্য্যক এৰি।
দুৰ্য্যোধন নৃপতিক ধাইলা ক্ৰোধ কৰি ॥ ২৫৬০৩
শুনা সভাসদ পদ একচিত্ত কৰি।
যেন মতে মহাভাৰ সংহাৰিলা হৰি ॥
ভকতক ৰাখি দুৰ্জ্জনক সংহাৰিলা।
এহি মাধৱৰ জানা মহা মোক্ষলীলা ॥ ২৫৬০৪
আক একমনে যিটো কৰয় শ্ৰৱণ।
ভকতি মুকুতি গতি পাৱে সেহিজন ॥
দ্বিজ গোপীনাথে কহে এৰা আন কাম।
মুকুতি মিলোক ডাকি বোলা ৰাম ৰাম ॥ ২৫৬০৫

---

কুৰু পাণ্ডৱৰ নৈশ-যুদ্ধ

**ছবি লছাড়ী** 

ৰাজা ধৃতৰাষ্ট্ৰ পুছে সঞ্জয়ত
কহা শুনোঁ একমনে।
ঘোৰ নিশাকালে কুৰু পাণ্ডুদলে
কি মতে কৰিলা ৰণে ॥
ঘোৰ তমোময় একো নেদেখয়
কোনোবা আপোন পৰ।
মহা অন্ধকাৰে মগ্ন হুয়া নৰে
কিমতে কৰিলা শৰ ॥ ২৫৬০৬
হয় হস্তী ৰথ নেদেখয় পথ
সাৰথি নেদেখে ৰথী।
হস্তীয়াৰ সবে পথক নেদেখে
নেদেখে ঘোঁৰাৰ গতি ॥
দুৰ্ঘোৰ ৰজনী তাত বীৰগণে
কিমতে কৰিলা ৰণ।
কহা সাৰশেষে শুনায়ো নিশ্চিষে
শান্ত হৌক মোৰ মন ॥ ২৫৬০৭
সঞ্জয়ে বোলন্ত শুনা নৃপবৰ
কহো কথা যেন ভৈল।
দুই দলে ঘোৰ সমৰ কৰন্তে
মহানিশা আসি ভৈল ॥
ৰাজ তম চক্ষু মেলান নযায়
পীড়িল দুখ তাপৰে।

ক্ষুধায়ে তৃষ্ণায়ে লৰিব নোৱাৰে
ৰাজাত দিলা গোচৰে ॥ ২৫৬০৮
শুনা নৃপবৰ কৰোহো গোচৰ
কাৰ্য্য ভৈল অথান্তৰ।
ঘোৰ তমোময়ে নেদেখোঁ একোয়ে
নিচিনি আপোন পৰ ॥
হয় হস্তী ৰথ নেদেখয় পথ
পীড়িলা নিদ্ৰা ভাগৰে।
বীৰগণে শৰ কৰিবে নোৱাৰে
দিয়োক মোক উত্তৰে ॥ ২৫৬০৯
শুনি দুৰ্য্যোধনেঁ দিলেক উত্তৰ
শুনা সবে বীৰগণ।
পদাতিসকলে এৰা ধনুশৰ
প্ৰদীপ জ্বালা এখন ॥
ৰাজাৰ বচন শুনি বীৰগণ
ভণ্ডাৰক চলি যায়।
অসংখ্য হাজাৰ কলসে কলসে
আনিলা তৈল নমায় ॥ ২৫৬১০
ভাল ভাল বস্ত্ৰ তেলত ভিজাই
আৰিয়া লগাইলা পাচে।
দূৰ হৈল ক্লেশ আন্ধাৰ নিশেষ
পাণ্ডুদলে দেখি আছে ॥
নাচে ঠায়ে ঠায়ে দুন্দুভি বাজাৱে
শঙ্খ শিঙ্গা ঠায়ে ঠায়ে।
এত তৈল বস্ত্ৰ আমাঠৈৰ ঠায়ে
কোথেত পাইবে পাণ্ডৱে ॥ ২৫৬১১
মই ৰাজ্যেশ্বৰ অসংখ্য ভাণ্ডাৰ
তাৰ মই অধিপতি।
এত তৈল বস্ত্ৰ পাণ্ডৱে কোথাত
পাইবেক গই সম্প্ৰতি ॥
এহিমনে কৰি মহাৰঙ্গ কৰি
পাণ্ডৱক খেদি যায়।
দেখি যুধিষ্ঠিৰে দিলন্ত উত্তৰ
আপোন প্ৰজাক চাই ॥ ২৫৬১২

শুনা বীৰগণ আমাৰ বচন
চাপিয়ো মোৰ সমীপ।
ভণ্ডাৰক যায়া তৈল বস্ত্ৰ লইয়া
আমাৰো জ্বালা প্ৰদীপ ॥
ৰাজাৰ বচন শুনি বীৰগণ
পৰম আনন্দ ভৈলা।
ভণ্ডাৰৰ পৰা তৈল বস্ত্ৰ আনি
অগনি সবে জ্বালিলা ॥ ২৫৬১৩
ৰথে ৰথে দশ প্ৰদীপ জ্বালিলা
হস্তীৰ পিঠিত সাত।
ঘোঁৰাৰ পিঠিত দুইগোটা দিলা
একগোটা পদাতিত ॥
ৰথৰ গজৰ চাৰিয়ো পঞ্জৰে
চা, চাৰি আৰিয়া জ্বলে।
ধ্বজৰ উপৰে একগোটা জ্বলে
দেখিবাক কুতূহলে ॥ ২৫৬১৪
ঘোটকৰ আগে পাচে দুইগোটা
আৰিয়া প্ৰকাশ কৰে।
প্ৰত্যেক দুৱাৰে গৰৰ উপৰে
জ্বলে বাতি বহুতৰে ॥
অসংখ্য পদাতি এৰি ঢাল কাটি
ধৰি ফুৰে তৈল কানি।
মহাবীৰ গণে সমৰ কম্পন্তে
জ্বলয় যেন অগনি ॥ ২৫৬১৫
এহিমতে ৰণে কুৰু পাণ্ডুগণে
প্ৰদীপ জ্বালিয়া ৰৈল।
উভয় দলৰ প্ৰদীপৰ জ্যোতি
গগন মণ্ডল গৈল ॥
দেৱ বিদ্যাধৰে গন্ধৰ্ব কিন্নৰে
দেৱঋষি ব্ৰহ্মঋষি।
প্ৰদীপৰ জ্যোতি দেখি সবে অ্যাতি
ভৈলন্ত মনে হৰিষি ॥ ২৫৬১৬
অন্যো অন্যে সবে কৰে কাণাকাণি
শুনা সবে দেৱগণে।

একোৱে কাণত নাহি দেখি শুনি
হেন ঠান ঘোৰ ৰণে ॥
এহি বুলি দেৱ- গণ নিৰন্তৰ
প্ৰশংসিলা বহুতৰে ।
সুগন্ধ মালতী পুষ্পে বৰিষিলা
কুৰু পাণ্ডৱৰ শিৰে ॥ ২৫৬১৭
পাচে দুই দলে লাগিল সমৰ
অন্ধ প্ৰজা অন্ধকাৰ ।
হয় হস্তী ৰথী ৰথ বহুতৰ
মৰি গৈল ঘমঘৰ ॥
ৰথী পৰি গৈল সাৰথি মৰিল
ঘোঁৰাসৱ পাক খুৰে ।
হস্তীৰ মাহুত পৰিল বহুত
নাদি গৈল বহুতৰে ॥ ২৫৬১৮
মৰিল পদাতি হাতে ঢাল কাটি
ধনুকিৰ হাতে ধনু ।
মালসৱ মৰি আছে পৰি পৰি
মাল বান্ধে বান্ধি তনু ॥
কতো কিলাকিলি কামোৰা কামুৰি
কাহাকো মাৰে মুচৰি ।
এহিমতে ৰণে বাউলৰ চানে
অন্যো অন্যে যায় মৰি ॥ ২৫৬১৯
কটকৰ ৰণ ভৈল কতোক্ষণ
মহানিশি সময়ত ।
মহা বীৰগণে ভৈলা দেখা দেখি
প্ৰদীপৰ কিৰণত ॥
ভৈল পৰিচয় যুদ্ধ ধুমাৰ্জ্জয়
লাগি গৈল পুনৰ্বাৰ ।
ধৰ্ম্ম নৃপতিৰ সমুখে ধাইলেক
কৃতবৰ্ম্মা বলিয়াৰ ॥ ২৫৬২০
সাত্যকিক প্ৰতি ধাইলা গুৰুদ্ৰোণে
মনে কৰি মহা খজে ।
প্ৰমত্ত প্ৰজাক দেখি যেন ক্ৰোধে
ধাইলেক মত্ত আতজে ॥
সহদেৱ বীৰ নিঃশঙ্ক শৰীৰ
আছে সমৰক মন ।
দেখি ভুৰি বীৰে ধৰি ধনু শৰে
আগবাঢ়ি দিলে ৰণ ॥ ২৫৬২১
কৰ্ণ ভীমসেন লাগিলে কদন
নকুলক দুৰ্য্যোধনে ।
শকুনি শিখণ্ডী ভৈল ঘোৰ ৰণ
বিন্দক কৃপ ব্ৰাহ্মণে ॥
দুঃশাসন সমে লাগিল সমৰ
প্ৰতিবিন্দ মহাবীৰে ।
গুৰুৰ পুত্ৰক বাঢ়িব নেদিলা
ঘটোৎকচ নিশাচৰে ॥ ২৫৬২২
দ্ৰুপদ ৰাজাক ধাইলা বৃষসেনে
বিৰাটক মদ্ৰেশ্বৰ ।
শতানিক বীৰে ধাইলা চিত্ৰসেনে
ক্ৰোধ কৰি ভয়ঙ্কৰ ॥
অৰ্জ্জুনক প্ৰতি ক্ৰোধে খেদি গৈল
অলম্বুষ নিশাচৰে ।
এহিমতে দুই দলে জ্বালি বাতি
দুৰ্ঘোৰ সমৰ কৰে ॥ ২৫৬২৩
পাচে ক্ৰোধ মনে হাৰ্দ্দিক নন্দনে
বায়ুবেগে গৈলা ধাই ।
দেখি যুধিষ্ঠিৰে পঞ্চপাট শৰে
হৃদয়ে থৈলা জপটাই ॥
আৰো কুৰি বাণে পাণ্ডুৰ নন্দনে
হানিলা গাৱৰ বলে ।
হৃদয়ত ফুটি পিঠি ভাগে ছুটি
পুংখমানে গৈল তলে ॥ ২৫৬২৪
শৰঘাৰ পাই দুগুণে কিটাই
কৃতবৰ্ম্মা নৰেশ্বৰে ।
সাত পাট শৰে ৰাজাৰ শৰীৰে
তাবিলেক দৃঢ়তৰে ॥
আৰো এক শৰে ৰাজাৰ হাতৰে
কাটিলন্ত ধনুখান ।

দেখি নৃপবৰে আতি শীঘ্ৰ কৰি
তুলি লৈলা ধনুখান ॥ ২৫৬২৫
ধৰি ধনুখান যুৰিলন্ত বাণ
যুধিষ্ঠিৰ মহাৰাজে।
টানি কৰ্ণমানে সুদৃঢ় সন্ধানে
তাৰিলা হৃদয় মাজে ॥
শৰ ফুটি গাৱে ক্ৰোধিয়া ৰাজায়ে
কৰিলন্ত মহামন্যু।
সপ্তত্ৰিংশ শৰে ভেদি দৃঢ়তৰে
হাতৰ-কাটিলা ধনু ॥ ২৫৬২৬
আৰো পাঞ্চ পাট শৰ ভল্লভাট
হানিলন্ত হৃদয়তে।
কৱচ কাটিয়া পাতালে পশিলা
সৰ্প যেন বিৱৰতে ॥
আৰু ছয়বাণে সুদৃঢ় সন্ধানে
হানিলন্ত মহাবীৰে।
চাৰি শৰে চাৰি ঘোটক ছেদিলা
সাৰথিক দুই শৰে ॥ ২৫৬২৭
শৰঘাৰ পাই পাণ্ডুৰ তনয়
ক্ৰোধে কম্পে কলেৱৰে।
ভয়ঙ্কৰ শক্তি তুলিয়া লগাইলা
বিদ্যুত সঞ্চাৰে কৰে ॥
সেহি সময়তে ৰাজা যুধিষ্ঠিৰে
হাতে তুলি লৈলা ধনু।
অসংখ্যাত শৰে ভোজ নৃপবৰে
সন্ধানে হানিলা তনু ॥ ২৫৬২৮
শৰঘাৰ পাই দুগুণে জ্বলিল
কৃতবৰ্ম্মা নৰেশ্বৰে।
সাৰথি ৰথক ঘোঁৰাক ধ্বজক
পেথিলেক যমঘৰে ॥
ৰথধ্বজ হত দেখি পাণ্ডুসুত
মনে কৰি মহামৰ্ম্ম।
থাক থাক বুলি হাতে লৈলা তুলি
শতচন্দ্ৰ খড়্গচৰ্ম্ম ॥ ২৫৬২৯

খড়্গচৰ্ম্ম লই ক্ৰোধে লৈলা ধাই
কৰিয়া ৰৱ আস্ফোটে।
দেখি বৃষ্ণি বীৰে অসংখ্যাত শৰে
কাটিলা তিলেক চোটে ॥
তোমৰ প্ৰচণ্ড সুবৰ্ণৰ দণ্ড
ৰত্নে আছে চিত্ৰ কৰি।
গাৱৰ সন্ধানে পাণ্ডুৰ নন্দনে
প্ৰহাৰিলা মন্ত্ৰ পঢ়ি ॥ ২৫৬৩০
দেখে বৃষ্ণি বীৰে বিদ্যুত সঞ্চাৰে
তোমৰ আসে প্ৰচণ্ড।
মাৰি দুই শৰ দুৰ্বাৰ তোমৰ
কৰিলন্ত খণ্ড খণ্ড ॥
পাচে ক্ৰোধমনে হাৰ্দ্দিক নন্দনে
প্ৰহাৰিলা শৰ ডাটি।
অমূল্য ৰত্নৰ ৰাজাৰ গাৱৰ
কৱচ পেলাইলা কাটি ॥ ২৫৬৩১
ৰথধ্বজ হত হৈলা ভূমিগত
মহাৰাজা যুধিষ্ঠিৰ।
ঘোৰ শৰঘাৰে পীড়িলা মাধৱে
অন্তৰিলা কতোদূৰ ॥
ধৰ্ম্ম নৃপতিক সমৰে জিনিয়া
পৰম আনন্দ মনে।
দুনাই দ্ৰোণৰ ৰথচক্ৰ ৰাখি
ৰহিলা গই তেখনে ॥ ২৫৬৩২
সেহি সময়তে পাচে ভুৰি বীৰে
সাত্যকিক গৈলা খেদি।
আতি তীক্ষ্ণতৰ দশ ভল্ল শৰ
হৃদয়ত থৈলা ভেদি ॥
শৰঘাৰ পাই দুগুণে কিটাই
যদুবীৰ ৰৱ সাৰ।
পাঞ্চ পাট বাণে হানি থানে থানে
বাহিৰাইলা তেজধাৰ ॥ ২৫৬৩৩
সাত্যকিৰ শৰে ফুটি দৃঢ়তৰে
মহাবীৰ ভুৰিস্ৰেন।

পাছে ভল্ল শৰে হানি দৃঢ়ত্তৰে
সিংহনাদ অতি টান ॥
পাচে দুই শৰে কুটি দুই বীৰে
নিসন্ধি কৰিলা তনু ।
ক্ৰোধে ৰক্তবৰ্ণ দুইহানো নয়ন
মণ্ডল আকাৰ ধনু ॥ ২৫৬৩৪
তাত অনন্তৰে যদু বীৰবৰে
ক্ৰোধে কম্পমান তনু ।
ভয়ঙ্কৰ শক্তি তুলিয়া লগাইলা
ৰথতে এৰিলা ধনু ॥
দুই হাত তুলি কোবেক ঠেছাইলা
সমস্ত গাৱৰ বলে ।
কুৰু কুমাৰৰ হৃদয়ত পৰি
চলিলা আতি সছলে ॥ ২৫৬৩৫
দুৰ্ব্বাৰ সন্ধান পায়া ভুৰিসেন
যমঘৰে চলি গৈলা ।
দেখি গুৰুসুতে ক্ৰোধে মহাক্ৰতে
সাত্যকিক ক্ৰোধে ধাইলা ॥
থাক থাক বুলি হাতে ধনু তুলি
বৰিষিলা শৰচয় ।
যেন মহা মেঘে পৰ্বতক ঢাকি
ধাৰাসাৰে বৰিষয় ॥ ২৫৬৩৬
যেবে গুৰুসুতে সাত্যকিক প্ৰতি
প্ৰহাৰিলা শৰধাৰ ।
দেখি ঘটোৎকচ সাজি বীৰ কাছে
আগুৱাইলা পুনৰ্ব্বাৰ ॥
থাক থাক অৰে দ্ৰোণৰ তনয়
পুত্ৰ বধি মোৰ মন্দ ।
তোক মাৰি যম কৰণে পঠাওঁ
মহিষক যেন কন্দ ॥ ২৫৬৩৭
এহি বুলি হাতে শৰ ধনু ধৰি
খেদি যায় ক্ৰোধ কৰি ।
যেন গজেন্দ্ৰক প্ৰতি খেদি যায়
সাক্ষাতে বন্য কেশৰী ॥

গুৰুৰ পুত্ৰক ঢাকি দশোদিশ
বৰিষিলা শৰচয় ।
যেন পৰ্বতক ঢাকি মেঘগণ
অবিচ্ছেদে বৰিষয় ॥ ২৫৬৩৮
শৰধাৰ পাই দুগুণে কিটাই
অশ্বত্থামা বীৰবৰ ।
হিড়িম্বীসুতৰ বজ্ৰ কলেবৰ
ভেদিলন্ত দৃঢ়তৰ ॥
শৰঘাৰে মহা- ক্ৰোধ জ্বলি গৈলা
ভীমসুত বলিয়াৰ ।
গুৰুৰ পুত্ৰক ঢাকি শৰচয়
বৰিষিলা ধাৰাসাৰ ॥ ২৫৬৩৯
অৰ্দ্ধচন্দ্ৰ ভল্ল বৰাহ নালিক
শিলীমুখ বৎসদন্ত ।
আকৰ্ণ পূৰিয়া ধনুক টানিয়া
প্ৰহাৰিলা অপৰ্য্যন্ত ॥
দাৰুণ সন্ধানে ৰাক্ষসৰ বাণে
যেন হবে বজ্ৰপাত ।
শৰীৰত পৰি মাংস যায় ছিণ্ডি
ক্ষত ভৈল অসংখ্যাত ॥ ২৫৬৪০
শৰঘাৰ পাই গুৰুৰ তনয়
দুখ পাইলা বিপৰীত ।
ক্ৰোধে অতিশয় ঘোৰ শৰচয়
কৰিলা মন্ত্ৰে মন্ত্ৰিত ॥
ধনুত জুৰিয়া আকৰ্ণ পূৰিয়া
প্ৰহাৰিলা শৰ ভাটি ।
হিড়িম্বীপুত্ৰৰ শৰ নিৰন্তৰ
ত্বৰিতে পেলাই কাটি ॥ ২৫৬৪১
পাচে দুইহান্তৰ লাগিল সমৰ
দেখি লাগে মহাভয় ।
দুইহান্তৰ শৰে আকাশ ছানিলা
দেখি সবে শৰময় ॥
শৰে পৰি শৰ ফুলিঙ্গা অগনি
বাহিৰাইলা বহুতৰে ।

যেন নিশাকালে বিদ্যুত সঞ্চাৰে
অত্যন্ত প্ৰকাশ কৰে ॥ ২৫৬৪২
পাচে ভীমসুতে শৰ একশতে
গুণত জুৰিলা আনি ।
গুৰুৰ পুত্ৰৰ হিয়াৰ ভিতৰে
সন্ধানে পঠাইলা হানি ॥
দাৰুণ দুৰ্বাৰ ৰাক্ষসৰ শৰে
কুটিলন্ত গুৰুসুতে ।
কাম্পে উৰু শিৰ সুহিকয় থিৰ
কদলি যেন বায়ুতে ॥ ২৫৬৪৩
ধ্বজ যষ্ঠী ধৰি সন্ধুক্ষণ হুয়া
ৰহিলন্ত দ্বিজবৰে ।
দেখি কুৰুগণে কৰে হাহাকাৰ
পাণ্ডুগণে ৰঙ্গ কৰে ॥
লভিলা চেতন গুৰুৰ নন্দন
ধনু টানি বাৰম্বাৰ ।
কৰিয়া টঙ্কাৰ জুৰিলন্ত শৰ
তীক্ষ্ণতৰ ক্ষুৰ ধাৰ ॥ ২৫৬৪৪
যমদণ্ড সম শৰ শ্ৰেষ্ঠতম
প্ৰহাৰিলা গুৰুসুতে ।
হৃদয়ত ফুটি পিঠি ভাগে ছুটি
বাহিৰাইলা মহাদ্ৰুতে ॥
দাৰুণ প্ৰহাৰে ৰথৰ উপৰে
পৰিলেক মূৰ্চ্ছা যায় ।
দেখিয়া সাৰথি আতি খৰগতি
নিলা ৰথ পলুৱায় ॥ ২৫৬৪৫
ঘটোৎকচক সমৰে জিনিলা
দ্ৰোণসুত বলিয়াৰ ।
দেখি কুৰুগণে প্ৰশংসা কৰিলা
সাধু সাধু বীৰ সাৰ ॥
এহিমতে দ্ৰৌণী ৰাক্ষসক জিনি
কৰিলন্ত সিংহনাদ ।
দেখি কুৰুগণে মহাৰঙ্গ মনে
বাজাইলা শঙ্খ শবদ ॥ ২৫৬৪৬

নমো নাৰায়ণ সংসাৰ কাৰণ
ভৱভয় দুখহাৰী ।
তোমাৰ চৰণে পশিলোঁ শৰণে
নিয়োক মোক উদ্ধাৰি ॥
মই মন্দমতি নাজানোঁ ভকতি
স্তুতি নতি সমুদায় ।
পতিতপাৱন তুমি নাৰায়ণ
ৰক্ষা কৰা তযু পাৱ ॥ ২৫৬৪৭
শুনা সৰ্বজনে একচিত্ত মনে
ভাৰত কথা শ্ৰৱণ ।
ইহলোকে ভোগ মুকুতি ভুঞ্জিবা
চলিবা বিষ্ণুভুৱন ॥
যিটো নাৰায়ণ সংসাৰ কাৰণ
পৃথিৱীত অৱতৰি ।
যত ভূমিভাৰ কৰিলা সংহাৰ
মনুষ্য চেষ্টাক ধৰি ॥ ২৫৬৪৮
পাণ্ডৱৰ ভক্তি বলে বশ্য হুয়া
হেন কৰ্ম্ম আচৰিলা ।
ধৰ্ম্ম নৃপতিৰ আজ্ঞা শিৰে ধৰি
হস্তিনাপুৰক গৈলা ॥
ৰথৰ সাৰথি হুয়া যদুপতি
হাতে ধৰি চাট বাৰি ।
অৰ্জ্জুনৰ হিত চিন্তি অনুক্ষণে
ফুৰিলন্ত ৰক্ষা কৰি ॥ ২৫৬৪৯
হেন মাধৱক ভক্ত বান্ধৱক
নেৰিবাহা গুণ নাম ।
কৰ্ণে শুনা নাম হস্তে কৰা কাম
মুখে লৈবা তাৰ নাম ।
মহিষত ক্ৰতু সপুত্ৰ জীৱন্তে
ধৰ্ম্মদেৱ নৃপবৰ ।
তাহান পাঠক দ্বিজ গোপীনাথে
ৰচিলা ইটো পয়াৰ ॥ ২৫৬৫০
শুনা সবে নৰ [illegible]
এহিমানে প্ৰয়োজন ।

সাধু সঙ্গ লৈয়া পুৰাণ ভাৰত
কৰিয়ো সদা শ্ৰৱণ ॥
এহিমানে কাম বোলা ৰাম ৰাম
সংসাৰ হৈব মোচন।
দ্বিজ গোপীনাথে বোলে নিৰন্তৰে
ডাকি বোলা নাৰায়ণ ॥ ২৫৬৫১

---

কৰ্ণ ঘটোৎকচৰ যুদ্ধ

পদ

আত অনন্তৰে কথা শুনা নৃপবৰ।
দ্ৰোণৰ সমুখে থেদি যান্ত বৃকোদৰ ॥
দেখি দুৰ্য্যোধনে মনে নসহিলা তাক।
বহু বুলি আগভেটি দিলা শৰজাক ॥ ২৫৬৫২
শৰঘাৱে ভীমসেনে মহাৰঙ্গ ভৈলা।
দশ শৰে নৃপতিৰ হিয়াত জন্তাইলা ॥
ভীম শৰে পীড়িত ভৈলন্ত দুৰ্য্যোধনে।
কুৰি শৰে ভীমক ভেদিলা ক্ৰোধমনে ॥ ২৫৬৫৩
নৃপতিৰ শৰে যেবে ভেদিলেক তনু।
হাততে কাটিলা কুৰু নৃপতিৰ ধনু ॥
ধ্বজগোটা কাটিয়া পেলাইলা পাঞ্চ বাণে।
হৃদয়ত নৱ বাণ ফুটিলা সন্ধানে ॥ ২৫৬৫৪
ধনু ধ্বজ নষ্ট দেখি ৰাজা দুৰ্য্যোধন।
ভীমক হানিলা ক্ৰোধে অসংখ্য মৰ্দ্দন ॥
তথাপিতো মনে ক্ষমা নাহি কৌৰৱৰ।
অৰ্দ্ধচন্দ্ৰে ধনুখান কাটিলা ভীমৰ ॥ ২৫৬৫৫
ধনু ছেদ দেখি পাচে পাণ্ডুৰ নন্দনে।
আন ধনু ধৰি গুণ দিলা তেতিক্ষণে ॥
সুবৰ্ণ পুংখিয়া শৰ শিলাত শনাইলা।
হেন দশ শৰ হানি হিয়াত জন্তাইলা ॥ ২৫৬৫৬
শৰঘাৱে নৃপতি কৰিলা মহামন্যু।
পুনৰপি ভীমৰ কাটিলা মহাধনু ॥
কটা ধনুখান বীৰে আহুৰি পেলাইলা।
মহাভাৰ সহ ধনু তুলিয়া লগাইলা ॥ ২৫৬৫৭

সিয়ো ধনু কাটিলা দুৰ্বাৰ শৰ হানি।
পুনু আন ধনু লৈলা ভীম মহামানী ॥
শৰে হানি সিয়ো ধনু কাটিলা নৃপতি।
আৰো এক ধনু তুলি লৈলা মহামতি ॥ ২৫৬৫৮
তাহাকো কাটিলা কুৰুপতি কুৰি বাণ।
দেখি ভীমসেনে ক্ৰোধ কৰিলন্ত টান ॥
এহিমতে তুলি লৈলা ধনু দশখান।
সবাকো কাটিলা লঘু হস্ত দুৰ্য্যোধন ॥ ২৫৬৫৯
যেহি ধনু ধৰে ভীমে কাটে কুৰুপতি।
মহাক্ৰোধে ধৰিলেক দুৰ্বাৰ শকতি ॥
প্ৰলয়ৰ উল্কা যেন শক্তি আসে ধাই।
ভক ভক কৰি আসে প্ৰলয়ৰ জুই ॥ ২৫৬৬০
ভীম ভুজবলে চলে বিদ্যুত সঞ্চাৰে।
বৃত্ৰক হানিলা যেন বজ্ৰ পুৰন্দৰে ॥
নৃপতি দেখন্ত শক্তি আসে মোক খেদি।
তিনি শৰে আলগতে পেলাইল ছেদি ॥ ২৫৬৬১
শক্তি নষ্ট দেখি পাণ্ডুসুত বলিয়াৰ।
ভয়ঙ্কৰ গদা তুলি কৰিলা প্ৰহাৰ ॥
মাথাৰ উপৰে তুলি ফুৰায় শত পাক।
মাৰোঁ দুৰ্য্যোধন বুলি ৰাখা আপোনাক ॥ ২৫৬৬২
এহি বুলি প্ৰহাৰিলা গদা ভয়ঙ্কৰ।
পৰিল দুৰ্বাৰ গদা ৰথৰ উপৰ ॥
সাৰথি সহিতে ৰথখান ভৈলা চুৰ।
জাম্প দিয়া নৃপতি পলাইলা কতোদূৰ ॥ ২৫৬৬৩
লৰৰি উঠিল গই নন্দকৰ ৰথে।
ভীমৰ প্ৰহাৰে অন্তৰাইলা আথে বেথে ॥
পৰিল নৃপতি হেন মানিলন্ত মনে।
সিংহনাদে পৃথিবী কাম্পন্ত ঘনে ঘনে ॥ ২৫৬৬৪
তোমাৰ কটকে উঠিলেক হাহাকাৰ।
নিশ্চয় জানিলো ৰাজা পৰিল আমাৰ ॥
ভীমৰ দাৰুণ নাদ শুনি যুধিষ্ঠিৰে।
জানিল কৌৰৱ মৰি গৈল সমৰে ॥ ২৫৬৬৫
এহি বুলি পঞ্চ শঙ্খ বাজে ঘনে ঘনে।
যথাত আছন্ত ভীম গৈলা সেহি থানে ॥

নৃপতিক দেখি পাণ্ডু পাঞ্চালৰ জনে।
ভীমক আৱৰি আসি ৰৈলা ৰঙ্গমনে ॥ ২৫৬৬৬
যেৱে দুৰ্য্যোধন পলাই গৈল ৰণভঙ্গে।
সহদেৱ কুমাৰক কৰ্ণে ধাইলা খঙ্গে ॥
সহদেৱ বীৰৰ দেখিলা ৰাধাসুতে।
দশ শৰ হৃদয়ত প্ৰহাৰিলা ক্ৰুতে ॥ ২৫৬৬৭
পুনৰপি শৰচয় কৰিলা সন্ধান।
সহদেৱ বীৰক কাটিলা ধনুখান ॥
ধনুছেদ দেখি পাচে মাদ্ৰীৰ নন্দনে।
আন ধনু ধৰি গুণ দিলা তেতিক্ষণে ॥ ২৫৬৬৮
কৰ্ণৰ হৃদয়ে শৰ হানিলা বহুত।
পাচে দুহান্তৰ যুদ্ধ মিলিল অদ্ভুত ॥
দুইকো দুই শৰে হানি কৰিলা জৰ্জ্জৰ।
দুহানো শৰীৰে তেজ বহে নিৰন্তৰ ॥ ২৫৬৬৯
দুখানৰ ৰথ পাক ফুৰে চক্ৰাকাৰ।
দুইখান ধনু দেখি মণ্ডল আকাৰ ॥
লক্ষিব নোৱাৰি শৰ পৰে ধাৰাসাৰ।
বাসৱৰ ফুটে যেন ধনুৰ টঙ্কাৰ ॥ ২৫৬৭০
সেহি সময়ত পাচে ৰাধাৰ তনয়।
সহদেৱ বীৰৰ কাটিলা চাৰি হয় ॥
এক ভল্লে সাৰথিৰ ছেদিলন্ত শিৰ।
ৰথখান কাটিয়া পেলাইলা মহাবীৰ ॥ ২৫৬৭১
ৰথহত দেখি বীৰ হৃদয়ত মৰ্ম্ম।
থাক থাক বুলিয়া ধৰিলা খড়্গচৰ্ম্ম ॥
শৰ হানি কৰ্ণে কাটিলন্ত খড়্গচৰ্ম্ম।
দেখি সহদেৱ মনে ভৈল মহামৰ্ম্ম ॥ ২৫৬৭২
মনে বিমৰষি সহদেৱ মহামতি।
হাতে তুলি আনিলেক দুৰ্বাৰ শকতি ॥
আকাশে চলিয়া আসে অগ্নিবৰ্ণ দণ্ড।
শৰে হানি বাটতে কৰিলা খণ্ড খণ্ড ॥ ২৫৬৭৩
শক্তি নষ্ট দেখি মনে নসহিল তদা।
হানিয়া পঠাইলা পাচে ভয়ঙ্কৰ গদা ॥
বিষাদ শবদে গদাগোট আসে চলি।
তাহাকো কাটিলা ৰাধাসুত মহাবলী ॥ ২৫৬৭৪

পাচতে আছয় চক্ৰ দেখি লাগে ভয়।
হাতে ধৰি তুলি লৈলা মাদ্ৰীৰ তনয় ॥
চক্ৰ হাতে ধৰি শোভে মাদ্ৰীৰ কুমাৰ।
কালচক্ৰ ধৰি অগ্নি যেন অনিৰ্ব্বাৰ ॥ ২৫৬৭৫
হানিলন্ত চক্ৰ আসে আকাশক ভেদি।
দেখে ৰাধাসুতে চক্ৰ মোক আসে খেদি ॥
অনেক সহস্ৰ শৰে পেলাইলন্ত ছেদি।
যেন অগ্নি শৰক বৰুণ বাণ মৰ্দ্দি ॥ ২৫৬৭৬
পৰম পণ্ডিত সহদেৱ মহাশয়।
মনত মিলিল আসি পৰম বিস্ময় ॥
ৰথ ধ্বজ নষ্ট দেখি মনে মহামৰ্ম্ম।
নপাস্ত উপায় মনে কৰো কোন কৰ্ম্ম ॥ ২৫৬৭৭
কৰ্ণৰ হাতত সবে ভাগি গৈল টোল।
ৰথৰ ঘোটক মাৰি চপাৱয় কোল ॥
শুন সহদেৱ বাপ মোৰ বোল কৰ।
দাৰুণ বীৰৰ লগে যুদ্ধ পৰিহৰ ॥ ২৫৬৭৮
সমানে সমানে তই কৰিবি সমৰ।
দিলোঁহো বিদায় চল আপোনাৰ ঘৰ ॥
যদি কাটিবাক পাৰে কৰ্ণ মহাবীৰ।
কুন্তীৰ বচন স্মৰি ৰাখিলন্ত শিৰ ॥ ২৫৬৭৯
সহদেৱ কুমাৰক এহি বুলি কৰ্ণ।
পাঞ্চাল দলত গই পশিল তেখন ॥
যেৱে সহদেৱ বীৰ গৈল ৰণভঙ্গে।
অৰ্জ্জুনক ধাইলা অলম্বুষ মহাখঙ্গে ॥ ২৫৬৮০
অষ্ট চক্ৰযুক্ত ৰথে চৰি নিশাচৰে।
যত সেনাগণ মুখ ঘোটক আকাৰে ॥
ৰক্তবৰ্ণ পতাকা হানয় বহুতৰে।
ওৰ ফুল মালা শোভে শিৰৰ উপৰে ॥ ২৫৬৮১
লোহাময় অলঙ্কাৰে শোভে ৰথখান।
ভালুকৰ ছাল আৰি আছে থানে থান ॥
থানে থানে আৰি আছে চাটকৰ পাখি।
অম্লশত প্ৰাণী মৰে ৰথখান দেখি ॥ ২৫৬৮২
ধ্বজগোট জ্বলে তাৰ গৃধ্ৰ শকুনৰ।
পেচা হুদু দোঙাকাক আছিলন্ত [illegible] ॥

হেন ৰথে চৰি অলম্বুষ নিশাচৰে।
অঞ্জন পৰ্বত যেন মেঘে শোভা কৰে ॥ ২৫৬৮৩
বীৰ কাছে কাচি অলম্বুষ নিশাচৰে।
খড়্গ চৰ্ম্ম ধৰি ধাইলা অতি আড়ম্বৰে ॥
শৰে হানি খড়্গক কাটিলা বীৰবৰে।
চৰ্ম্মে সমে চলে অলম্বুষ নিশাচৰে ॥ ২৫৬৮৪
তাহাকো ছেদিলা ধনঞ্জয় হানি বাণ।
দেখি উৰি গৈলা ৰাক্ষসৰ পাঞ্চ প্ৰাণ ॥
বাতুল আকাৰে বীৰ দশোদিশে চাৰে।
জীৱনৰ হেতু কিছু গুণিয়া নপাৰে ॥ ২৫৬৮৫
পাচগুচি ভিণ্ডি লৰবেক দিলা টানি।
নাকাটিলা শিৰ তাৰ বীৰ চূড়ামণি ॥
যেবে অলম্বুষ পলাই গৈলা ৰণভঙ্গে।
পাচে ধনঞ্জয়ে কৌৰৱক ধাইলা খঙ্গে ॥ ২৫৬৮৬
সেহি সময়ত পাচে পাঞ্চালনন্দনে।
দ্ৰোণক বধিবে মনে ধাইলা কোপমনে ॥
সুবৰ্ণৰ ৰথে চৰি মাঞ্জি ধনুৰ্গুণ।
দুই হাতে টঙ্কাৰ কৰয় ঘনে ঘন ॥ ২৫৬৮৭
উলটি লৰিলা প্ৰজা পাণ্ডু পাঞ্চালৰ।
দ্ৰোণক বেঢ়িল গই যেপুৰে তেপুৰ ॥
হেন দেখি মহাক্ৰোধে তমু পুত্ৰগণে।
দ্ৰোণৰ সহায় হুয়া ধাইলা কোপমনে ॥ ২৫৬৮৮
পাচে দুই দলে গৈয়া হৈল একতৰ।
প্ৰচণ্ড বাতাসে যেন ক্ষোভিত সাগৰ ॥
প্ৰথমতে দ্ৰোণক যে পাঞ্চালকুমাৰে।
পাঞ্চ শৰে ভেদি ৰঙ্গে সিংহনাদ কৰে ॥ ২৫৬৮৯
শৰঘাৰ পাই দ্ৰোণে দুগুণে কিটাইলা।
কুৰি শৰে কুমাৰৰ হৃদয় ভেদাইলা ॥
আউৰ এক শৰে তাৰ কাটিলন্ত তনু।
দ্ৰুপদ কুমাৰ মহাক্ৰোধে ধাইলা মনু ॥ ২৫৬৯০
পাচে ভয়ঙ্কৰ ধনু তুলিলা তেখনে।
দ্ৰোণ আচাৰ্য্যৰ শিৰ কাটিবাক মনে ॥
ধনুখান ধৰি টঙ্কাৰিলা ঘনে ঘনে।
দ্ৰোণবধ হেতু শৰ জুৰিলা তেখনে ॥ ২৫৬৯১

প্ৰলয়ৰ বহ্নি যেন শৰৰ প্ৰকাশ।
দুস্সহ জানায়ে বিয়াপিলা দিশপাশ ॥
শৰমুখ হন্তে শৰ বাহিৰাই চলি।
গিৰ গিৰ কৰি সবে লৰয় ধৰণী ॥ ২৫৬৯২
মন্ত্ৰ পঢ়ি প্ৰহাৰিলা শৰীৰৰ বলে।
পৱনতো অধিক প্ৰচণ্ড বেগে চলে ॥
দ্ৰোণবধ হেতু শৰপাট আসে চলি।
দূৰ হন্তে দেখিয়াছে কৰ্ণ মহাবলী ॥ ২৫৬৯৩
আতি আথে বেথে শৰ প্ৰহাৰিলা ভাটি।
অমোঘ সায়কে শৰ পেলাইলেক কাটি ॥
ভূমিত পৰিয়া শৰ হুয়া দুইখান।
কৰ্ণৰ প্ৰসাদে তাৰ ৰক্ষা ভৈল প্ৰাণ ॥ ২৫৬৯৪
শৰ হত কৰি পাছে ৰাধাসুত কৰ্ণে।
হৃদয়ত দশ শৰে ভেদিলা সন্ধানে ॥
তাত পাচে পাঞ্চ শৰে ভেদি দ্ৰোণসুতে।
দ্ৰোণেয়ো হানিলা পাঞ্চ শৰ মহাক্ৰন্দতে ॥ ২৫৬৯৫
শৈল্যেয়ো হানিয়া হৃদয়তে নৱ শৰে।
দুঃশাসনে নৱ শৰ তাত অনন্তৰে ॥
দুৰ্য্যোধন নৃপতি হানিলা কুৰি শৰে।
শকুনি হানিলা পাঞ্চ শৰ দৃঢ়তৰে ॥ ২৫৬৯৬
সেহি সময়ত পাচে পাঞ্চালকুমাৰে।
ধনুখান কাটিলেক কৰ্ণৰ হাতৰে ॥
ধনু ছেদি ধৃষ্টদ্যুম্নে দিলা ঘোৰৰিঙ্গ।
কৰ্ণৰ দেখিয়া যেন লেজকটা সিংহ ॥ ২৫৬৯৭
পাচে কৰ্ণে আন ধনু লৈলা ভাল চাই।
পাঞ্চালপুত্ৰক ঢাকি শৰে থৈলা ছাই ॥
সমৰত কৰ্ণক পীড়িলা ধৃষ্টদ্যুম্নে।
দেখি কুৰু সেনাগণে ধাইলা তেতিক্ষণে ॥ ২৫৬৯৮
হস্তী কন্ধে কুমাৰক বেঢ়িলে মাহুতে।
ঘোটকত চুটি দিয়া বেঢ়িলে ৰাহুতে ॥
ৰথীগণে বেঢ়িলেক কৰি ৰথ গতি।
বাক খাণ্ডা হাতে ধৰি বেঢ়িলা পদাতি ॥ ২৫৬৯৯
এহিমতে কুমাৰক বেঢ়ি ৰূপকৰে।
দশো দিশে বেঢ়ি শৰ বৰিষিলা ৰাজে ॥

তাসম্বাৰ শৰ যেৱে সহিবে নপাৰে।
শৰে হানি শৰচয় কাটিলা সত্বৰে ॥ ২৫৭০০
দেখি সাত্যকিক ক্ৰোধে ৰাধাসুত কৰ্ণে।
দশ শৰ হৃদয়ত হানিলা সন্ধানে ॥
সাত্যকিয়ো কুৰি শৰে ভেদিলন্ত তাক।
দশন কামুৰি ক্ৰোধে বোলে থাক থাক ॥ ২৫৭০১
দুইকো দুই শৰ প্ৰহাৰয় ঘনে ঘন।
দুহান্তৰ সিংহনাদে পূৰিল গগন ॥
কাম্পয় পৃথিৱীখান দুহান্তৰ ভৰে।
ঘোৰ বজ্ৰপাত যেন ধনুৰ টঙ্কাৰে ॥ ২৫৭০২
পাচে মহাক্ৰোধে কৰি ৰাধাৰ কুমাৰ।
সাত্যকিক লাগি শৰ হানিলা বিস্তৰ ॥
বিপাট নালিক বৎসদন্ত খুৰ ধাৰ।
ভল্ল ভিণ্ডিপাল শৰ হানিলা অপ্ৰাৰ ॥ ২৫৭০৩
যত শৰ ৰাধাসুতে কৰিলা প্ৰহাৰ।
সাত্যকিয়ো ততেক হানিলা পুনৰ্বাৰ ॥
দুইৰো শৰে দুইহান ফুটিল কলেৱৰ।
পৰম অদ্ভুত যুদ্ধ ভৈল দুহান্তৰ ॥ ২৫৭০৪
সেহি সময়ত কৰ্ণসুত বৃষসেনে।
ওলটে সহায় সুসংখ্যাত সেনাগণে ॥
সাত্যকিক প্ৰতি শৰ বৰিষিলা ধাৰে।
যেন মহামেঘে পৰ্বতত বৃষ্টি কৰে ॥ ২৫৭০৫
তাসম্বাৰ শৰচয় কাটিলা সত্বৰে।
বৃষসেন বীৰক হানিলা অনন্তৰে ॥
আৰো একপাট শৰ কৰিলা প্ৰহাৰ।
প্ৰলয় কালত যেন প্ৰচণ্ড ভাস্কৰ ॥ ২৫৭০৬
মন্ত্ৰ পঢ়ি প্ৰহাৰিলা শৰীৰৰ বলে।
মূৰ্চ্ছা যায় ৰথ মাজে পৰিলা নিচলে ॥
হাতৰ পৰিল ধনু নাহিকে চেতন।
মৰিল তনয় বুলি মানিলেক কৰ্ণ ॥ ২৫৭০৭
পুত্ৰশোকে ৰাধাসুত বৰ পাইলা দুখ।
সাত্যকিক ভেদিলেক দশ শিলীমুখ ॥
কৰ্ণশৰে ব্যথিত ভৈলন্ত যুযুধান।
কৰ্ণৰ হৃদয়ে হানিলন্ত কুৰি বাণ ॥ ২৫৭০৮
কতোক্ষণে বৃষসেন চেতন লভিল।
বাপে পোৰে সাত্যকিক সন্ধানে হানিল ॥
শৰঘাৱে ব্যথিত ভৈলেক কিছু তনু।
শৰহানি বাপ পোৰ কাটিলন্ত ধনু ॥ ২৫৭০৯
সাত্যকি মুনিষ হেন মনে আকলিল।
তাঙ্ক এৰি পাঞ্চালপুত্ৰক থাৰ দিল ॥
দেখে ধৃষ্টদ্যুম্নে কৰ্ণে যোক দিলে থাৰ।
ধনু ধৰি আগুৰাইলা পাঞ্চালকুমাৰ ॥ ২৫৭১০
হেন দেখি মহাক্ৰোধে ৰাধাৰ নন্দনে।
হৃদয়ত দশ শৰ হানিলা সন্ধানে ॥
কৰ্ণক হানিলা শনাইত সাত বাণে।
মৰ্ম্ম বিদ্ধ ভৈল যেৱে পাঞ্চালনন্দনে ॥ ২৫৭১১
পুনৰপি দুইহান্তৰ মিলিল সমৰ।
দুইকো দুই শৰ হানি কৰিলা জৰ্জ্জৰ ॥
কৰ্ণমানে ধনু টানি কৰন্ত প্ৰহাৰ।
হৃদয়ত পৰি শৰ হৰে পঞ্জিৰ্য়াৰ ॥ ২৫৭১২
পাচে ছিদ্ৰ কাল লক্ষি সূৰ্য্যৰ কুমাৰে।
চাৰি ঘোঁৰা কাটিলেক পাঞ্চালপুত্ৰৰে ॥
আৰো এক শৰে কাটিলন্ত ধনুখান।
প্ৰচণ্ড সায়কে সাৰথিৰ লৈলা প্ৰাণ ॥ ২৫৭১৩
ৰথধ্বজ নষ্ট দেখি পাঞ্চালনন্দনে।
সহদেৱ ৰথে গই চৰিল তেখনে ॥
দ্ৰুপদ তনয় যেৱে গৈল ৰণভঙ্গে।
পাঞ্চাল দলত কৰ্ণ পশিলন্ত খঙ্গে ॥ ২৫৭১৪
সাৰথি ডকাই ঘোঁৰা বায়ু বেগে চলে।
শঙ্খবৰ্ণ চাৰি ঘোঁৰা সূৰ্য্য সম জ্বলে ॥
হেন ৰথে চৰি কৰ্ণ যদি দিশ চায়।
সহস্ৰে সহস্ৰে সেনা পেযে যমালয় ॥ ২৫৭১৫
কৰ্ণশৰে ব্যথিত ভৈলেক সেনাগণ।
বিভঙ্গে পলাই সেনা নকৰয় ৰণ ॥
পলাই সেনাগণ বাঢ়ি নকৰয় ৰণ।
সিংহক দেখিয়া যেন পলাই হৰিণ ॥ ২৫৭১৬
পলাই প্ৰজাগণ খেদি লাগ ধৰে কৰ্ণে।
খুৰ শৰে শিৰ কাটি পেলায় তেখনে ॥

হস্তী স্কন্ধে চৰি পোজা কৰে বীৰবৰ।
হস্তী সমে শিৰ কাটি নেই যমঘৰ ॥ ২৫৭১৭
ঘোটক সহিতে কাটি পেলাইল ৰাহুত।
ৰথী সাৰথিয়ে ৰথ কাটিলা বহুত ॥
কুণ্ডলে মণ্ডিত গণ্ড পেলাইলন্ত কাটি।
তেজে তোলবোল লাগি আছে ধুলি মাটি ॥২৫৭১৮
ধ্বজ দণ্ড কাটি ছত্ৰ পেলাইলা বিস্তৰ।
খড়্গচৰ্ম্ম কাটিলেক গদা মুদগৰ ॥
চন্দনে দিগিধ বাহু উৰু ৰামকল।
কটি কন্ধ পেট পিঠি কাৰো বক্ষস্থল ॥ ২৫৭১৯
গণ্ড মুণ্ড কটা গৈল কাহাৰো দশন।
উজৰিল হস্তী ফুৰি মাৰে প্ৰজাগণ ॥
এহিমতে কৰ্ণে সংহাৰয় প্ৰজাচয়।
দেখি নৃপতিৰ ক্ৰোধে নসহে হৃদয় ॥ ২৫৭২০
অৰ্জ্জুনক চাহি ক্ৰোধে বুলিলা বচন।
কিয় ৰঙ্গ চাহি আছা মৰায় প্ৰজাগণ ॥
তোমাৰ সমান বীৰ নাহি সংসাৰত।
কৰ্ণক নমাৰা কিয় ঘোৰ সমৰত ॥ ২৫৭২১
কৰ্ণৰ ৰথৰ ঘোৰ শুনি মহাভয়।
পলাই সেনাগণ যেন অনাথ পৰায় ॥
কৰ্ণক দেখিয়া মোৰ লাগে বৰ ভয়।
কৰ্ণৰ মহিমা দেখি কাম্পয় হৃদয় ॥ ২৫৭২২
প্ৰজাৰ অৱস্থা দেখি প্ৰভু নাৰায়ণ।
অৰ্জ্জুনক সম্বোধিয়া বুলিলা বচন ॥
দেখা প্ৰাণসখি কেনে অৱস্থা প্ৰজাৰ।
নিগুটি কৰয় সেনা পাণ্ডু পাঞ্চালৰ॥ ২৫৭২৩
হেন জানি তাসম্বাৰ চিন্তিয়োক হিত।
কৰ্ণক যুঁজিবা জাণ্টে চলিয়ো ত্বৰিত ॥
মুহি ঘটোৎকচক পাঞ্চাহা এতিক্ষণে।
নেদেখোঁহো আন বীৰ তোৰা দুই বিনে ॥ ২৫৭২৪
ভীমৰ তনয় ভীমকৰ্ম্মা নিশাচৰ।
পৰম মায়াবী সিটো মহা ধনুৰ্দ্ধৰ ॥
বিশেষত ৰাক্ষসৰ ৰাত্ৰি বাঢ়ে বল।
জানি তাক যুঁজিবাক পাঞ্চা মহাবল ॥ ২৫৭২৫

জয়দ্ৰথ বধে দুখ পায়া আছা বৰ।
ঘোটকক পীড়ি আছে দুগ্ৰহ ভাগৰ ॥
হেন জানি সখি তুমি চিন্তিয়োক হিত।
ঘটোৎকচক তুমি পাঞ্চিয়ো ত্বৰিত ॥ ২৫৭২৬
কৃষ্ণৰ বচন শুনি বীৰ ধনঞ্জয়।
হিড়িম্বীপুত্ৰক মাতি বুলিলা বিনয় ॥
শুন বাপু ঘটোৎকচ আমাৰ বচন।
কৰ্ণক বধিবে লাগি চলা এতিক্ষণ ॥ ২৫৭২৭
তোমাৰ সমান বীৰ নাহি একোজন।
মহা ধনুৰ্দ্ধৰ তুমি ভীমৰ সমান ॥
পৰম মায়াবী তুমি ৰাক্ষসৰ পতি।
আছয় তোমাত মহা বিপুল শকতি ॥ ২৫৭২৮
হেন জানি চিন্তা বন্ধু বান্ধৱৰ হিত।
কৰ্ণক বধিবে লাগি চলিয়ো ত্বৰিত ॥
অৰ্জ্জুনে বুলিলা ঘটোৎকচক বচন।
পাচে ঘটোৎকচক বুলিলা নাৰায়ণ ॥ ২৫৭২৯
শুন ঘটোৎকচ পুত্ৰ আমাৰ উত্তৰ।
ভৈল প্ৰাপ্তকাল আসি ইটো পাণ্ডৱৰ ॥
কুৰু-সমুদ্ৰত পৰি সবে যায় তল।
নৌকা হুয়া পাৰ কৰিয়োক মহাবল ॥ ২৫৭৩০
বিবিধ অস্ত্ৰক জানা মায়া ৰাক্ষসৰ।
তুমি বিনে কৰ্ণক যুঁজিবে কোন নৰ ॥
তুমি মহাযুদ্ধ কৰি মাৰিয়ো কৰ্ণক।
ধৃষ্টদ্যুম্ন সেনাপতি যুঁজোক দ্ৰোণক ॥ ২৫৭৩১
তোৰ পক্ষ পুৰ হুয়া যাউক যুযুধান।
দীৰ্ঘবাহু চলি যাউক সঙ্গে ভীমসেন ॥
কৃষ্ণৰ বচন শুনি হিড়িম্বীনন্দন।
নমস্কাৰ কৰি হেন বুলিলা বচন ॥ ২৫৭৩২
যুদ্ধক চলিয়ো ভয় এৰা পিতৃগণ।
অৰণ্যে বধিবো আজি কৰ্ণ দুৰ্য্যোধন ॥
আনো যত বীৰগণ বধিবো সমৰে।
কীৰ্ত্তিক থৈবোহো যাৱে চন্দ্ৰ দিবাকৰে ॥ ২৫৭৩৩
নিগুটি কৰিবো আজি যত বীৰগণ।
কৃতাঞ্জলি কৰি যেন্মে কৃষ্ণলে শৰণ ॥

দেখিয়োঁ মহিমা আজি মোৰ কেনে ঠান।
ৰাক্ষসী মায়াক ধৰি কৰিবো নির্ধ্যাণ ॥ ২৫৭৩৪
এহি বুলি চলি গৈলা আপোনাৰ থান।
অদ্ভুত আশ্চর্য্য সাজিলেক ৰথখান ॥
হস্তী নুহি ঘোঁৰা নুহি শৈল্য ভয়ঙ্কৰ।
প্রমত্ত হস্তীৰ সম স্থূল কলেৱৰ ॥ ২৫৭৩৫
বায়ুতো অধিক বেগ আতি খৰতৰ।
তুলিলা উচ্ছ্রিত ধ্বজ গৃধ্র শগুনৰ ॥
লোহাৰ প্রতিমা হালে দেখিবাক ভাল।
চাৰি পাশে ঢাকি আছে ভালুঁকৰ ছাল ॥ ২৫৭৩৬
হেন হাজাৰেক সতে বহে তাৰ যান।
অন্তৰীক্ষে আছয় যেন মহা মেঘখান ॥
আপুনিয়ো সাজিলেক যুঁজিবাক মনে।
কালবস্ত্র কালটুপী কাল পৰিধানে ॥ ২৫৭৩৭
হাতত ধৰিলা শূল মহাভয়ঙ্কৰ।
যাত্রা কৰি উঠিলেক ৰথৰ উপৰ ॥
যাত্রা কৰি শুধা হাণ্ডি দেখিলেক যায়।
দুই বাৰী দন্দ কৰৈ চুলাৰি লগায় ॥ ২৫৭৩৮
তেল লৱা বুলি ডাকে তেলৰ পসাৰী।
সাঙ্গি বান্ধি ধৰি নেই দেখিলা অসুৰি ॥
হেন বিমঙ্গল দেখি তথাপিতো যায়।
ৰণত নির্ভয় সিটো কাকো নডৰায় ॥ ২৫৭৩৯
এহিমতে যুঁজক প্রবন্ধে চলি যায়।
তযু সেনাগণে ভয়ে দূৰতে পলায় ॥
কর্ণে দেখে মোক খেদি আসে নিশাচৰ।
কালান্তক যম যেন দেখি ভয়ঙ্কৰ ॥ ২৫৭৪০
হেন দেখি মহাক্রোধে তযু পুত্রগণে।
হিড়িম্বীপুত্রক লাগি ধাইলা কোপমনে ॥
হয় হস্তী ৰথী ৰথে ধ্বজে গজ ৰাজী।
চতুৰঙ্গ দলে বহুতৰ বলে সাজি ॥ ২৫৭৪১
হেন দেখি জটাসুৰসুত বলিয়াৰ।
অলম্বুষা নামে যিটো ৰাক্ষস দুর্বাৰ ॥
নৃপতিৰ আগহুয়া বুলিলা বচন।
আজ্ঞা কৰিয়োক মাৰোঁ হিড়িম্বীনন্দন ॥ ২৫৭৪২
পিতৃক মাৰিছে মোৰ ভীম অল্পবলে।
তাৰ প্রতিকাৰ আজি সাধিবো সকলে ॥
সমৰে মাৰিবো আজি হিড়িম্বীপুত্রক।
পাচে মাৰিবোহো সাজি সবে পাণ্ডৱক ॥ ২৫৭৪৩
ৰাক্ষসৰ শুনি হেন বচন বিচিত্র।
সবাৰ মুখত যেন দিলেক অমৃত ॥
মনে মনে গুণে দুর্য্যোধন মহাৰাজ।
জানিলোঁ ইয়াত হন্তে সিদ্ধি হৈব কাজ ॥ ২৫৭৪৪
শুনা অলম্বুষা বাপ মোৰ বোল ধৰ।
ভীমৰ পুত্রক মাৰি পেষ যমঘৰ ॥
লগতে চলোক ৰথী ৰথ সমুদায়।
কর্ণ আদি বীৰগণ তোহোৰ সহায় ॥ ২৫৭৪৫
নৃপতিৰ আজ্ঞা পায়া ঘোৰ নিশাচৰে।
হিড়িম্বীপুত্রক লাগ ধৰিলা সত্বৰে ॥
তীখাল শতেক বাণ গুণত চৰাইল।
ভীমৰ পুত্রক ক্রোধে হিয়াত জন্তাইল ॥ ২৫৭৪৬
আৰো অসংখ্যাত শৰ কৰিলা প্রহাৰ।
পাণ্ডু পাঞ্চালৰ সেনা মাৰিলা অপাৰ ॥
শৰঘাৱে প্রজাগণ উজৰি পলায়।
প্রচণ্ড বাতাসে যেন মেঘ উকৰাই ॥ ২৫৭৪৭
ঘটোৎকচ পৰে ফুটি কুৰু সেনাচয়।
ৰণ পৰিহৰি সবে বিভঙ্গে পলায় ॥
শৰঘাৱে সেনাগণ ভয় হুয়া ৰৰ।
প্রদীপ পেলাই সবে দিলেক লৰৰ ॥ ২৫৭৪৮
হেন দেখি ক্রোধে অলম্বুষা নিশাচৰে।
হিড়িম্বীক ভেদিলা দুর্ব্বাৰ দশ শৰে ॥
শৰঘাৱ পাই ঘটোৎকচ নিশাচৰ।
অঙ্কুশ প্রহাৰে যেন জ্বলিলা কুঞ্জৰ ॥ ২৫৭৪৯
শৰে হানি তাৰ কাটিলন্ত ৰথখান।
সাৰথিৰ শিৰ কাটি নিলা যমথান ॥
ধ্বজদণ্ড কাটিয়া পেলাইলা ধনু শৰ।
দিলেক আটাস সি যে আতি ভয়ঙ্কৰ ॥ ২৫৭৫০
বিৰথী ভৈলেক অলম্বুষা নিশাচৰ।
দেখি কুৰু বীৰগণে ধাইলা [illegible] ॥

চতুৰ্দ্দিশে যেটি শৰ বৰষিলা ধাৰে ।
মেৰুক ঢাকিয়া যেন মেঘে বৃষ্টি কৰে ॥ ২৫৭৫১
পাচে জটাসুৰে মহা বায়ুবেগে উঠি ।
হিড়িম্বীৰ হৃদয়ে বসাইল বজ্ৰমুঠি ॥
মুঠিৰ প্ৰহাৰে তাৰ কাম্পয় হৃদয় ।
ভূমিকম্প কালে যেন পৰ্বত কাম্পয় ॥ ২৫৭৫২
ক্ষণেকতে সুস্থ ভৈলা ভীমৰ কুমাৰ ।
দুই হাতে তুলি লৈলা পৰিঘ দুৰ্বাৰ ॥
অলম্বুষা মাথে দিলা পৰিঘৰ বাৰী ।
ৰোষানলে ৰুধিৰ বহয় সকলবি ॥ ২৫৭৫৩
পাচে অলম্বুষা সুস্থ ভৈলা কতো বেলি ।
ঘটোৎকচ বীৰক ধৰিলা আকোৱালি ॥
জৰাজৰি কৰি দুয়ো ভূমিত পৰিল ।
গিৰ গিৰ কৰি সবে পৃথিবী লৰিল ॥ ২৫৭৫৪
কেহো তল হয় কেহো হবয় উপৰ ।
পৰম দৰ্পিষ্ঠ দুয়ো ঘোৰ নিশাচৰ ॥
পৃথিবীত পেলায় ক্ৰোধে দুইক দুই আটে ।
বলবন্ত নাৰী যেন পৃথিবীত বাটে ॥ ২৫৭৫৫
দুয়ো মহা বলবন্ত দুয়ো অতিকায় ।
দুইকো দুই প্ৰহাৰ কৰয় ছিদ্ৰ চাই ॥
ঘটোৎকচ অলম্বুষা ঘোৰ নিশাচৰ ।
দুহান্তৰ মায়াযুদ্ধ লাগিলা ভাঙ্গৰ ॥ ২৫৭৫৬
যেন বিৰোচনে ইন্দ্ৰে লাগিল সমৰ ।
আৰা দুইৰো যুদ্ধ ভৈলা সেহি পটন্তৰ ॥
ক্ষণে অগ্নি মায়া কৰে ক্ষণে মায়া জল ।
দুহান আন্দোলে পৃথ্বী কৰে টলবল ॥ ২৫৭৫৭
কতো মায়াবলে হয়ে ভয়ঙ্কৰ সৰ্প ।
কতো পক্ষীৰাজ হুয়া ভাজে সিটো দৰ্প ॥
কেহো মেঘ হুয়া বৃষ্টি কৰে ভয়ঙ্কৰ ।
কেহো বায়ু হুয়া [illegible] নিৰন্তৰ ॥ ২৫৭৫৮
বজ্ৰশিলা হুয়া কতো [illegible] কৰে [illegible] ।
সচল পৰ্বত কেহো [illegible] ॥
কেহো তেতিক্ষণে [illegible] ।
তেতিক্ষণে [illegible] ॥ ২৫৭৫৯

সূৰ্য্য হুয়া কৰে কেহে
ৰাহু হুয়া গ্ৰাসিয়া খং
এহিমতে মায়াবলে যুঁ
পৰম মায়াবী দুয়ো 
মায়াযুদ্ধ এৰি দুয়ো অসুৰ দুৰ্জ্জয় ।
গদা মুদ্গৰ শূল শক্তি বৰিষয় ॥
পৰিঘ পট্টিশ হানে ৰিপাট তোমৰ ।
পৰশু মুষল শেল আতি ভয়ঙ্কৰ ॥ ২৫৭৬১
বৃক্ষ শিলা পৰ্বত হানয় ধাৰাসাৰে ।
বৃক্ষময় ভৈলা ৰণস্থলী নিৰন্তৰে ॥
ৰথে ৰথে গজে গজে পদাতি পদাতি ।
ঘোটকে ঘোটকে যুঁজে যুঁজে দুই হস্তী ॥ ২৫৭৬২
এহিমতে যুঁজে দুয়ো ৰাক্ষস প্ৰচণ্ড ।
দুইহানো আন্দোলে টলবল মহীখণ্ড ॥
পাচে ঘটোৎকচ উঠি মহাক্ৰোধ মনে ।
জাম্প দিয়া চুলত ধৰিলা তেতিক্ষণে ॥ ২৫৭৬৩
ৰাক্ষসৰ ইন্দ্ৰ অলম্বুষা অতিকায় ।
ভূমিত পেলাইলা তাক ধৰিলা জটায় ॥
চিত কৰি পাৰি তাৰ বসিল বুকত ।
কালান্তক যম হেন ক্ৰোধে উনমত ॥ ২৫৭৬৪
ডাবৰ খড়্গ ক্ৰোধে পেলাইল আছাৰি ।
গিৰিশৃঙ্গ সম মুণ্ড ছিণ্ডিলা মুচৰি ॥
মুণ্ড নাহি গাণ্ডীগোট ফুৰয় বাগৰি ।
ত্ৰিশিৰাক ৰুদ্ৰে যেনে পেলাইল সংহৰি ॥ ২৫৭৬৫
সেহি মাথাগোট বীৰে ধৰিয়া ফুৰয় ।
ভয়ে বীৰগণ দশো দিশক পলায় ॥
পাচে সেহি শিৰগোটা আছাৰিলা হাতে ।
সন্ধানে পৰিল গৈয়া নৃপতিৰ ৰথে ॥ ২৫৭৬৬
তেজে তোলবোল মুখ দেখি ভয়ঙ্কৰ ।
ৰথৰ নামিয়া ৰাজা দিলেক [illegible] ॥
নৃপতি পলায় দেখি ভীমৰ কুমাৰ ।
দিলেক আটাস সিটো অতি ভয়ঙ্কৰ ॥ ২৫৭৬৭
ৰাক্ষসৰ ঘোৰ ৰাৱে পূৰিলা জগত ।
[illegible] পলায় কৌৰৱ বীৰ যত ।

পাচে ঘটোৎকচে হেন বুলিলা বচন ।
হেৰ তোৰ বন্ধু মাৰিলোঁ হো একজন ॥ ২৫৭৬৮
কেবলে আছয় কৰ্ণ তাকো দিবো ধাৰ ।
অৱশ্যে মাৰিবো তাক জানা সাৰে সাৰ ॥
এতেক বচন বুলি হিড়িম্বীকুমাৰ ।
কৰ্ণ বধিবাক প্ৰতি ক্ৰোধে দিলা ধাৰ ॥ ২৫৭৬৯
এহি বুলি শৰচয় কৰিলা প্ৰহাৰ ।
কৰ্ণৰ শৰীৰ ফুটি বহে তেজ ধাৰ ॥
পাচে ঘোৰযুদ্ধ ভৈলা নৰ ৰাক্ষসৰ ।
টলবল কৰে মহী নসহয় ভাৰ ॥ ২৫৭৭০
পাচে সঞ্জয়ত কথা পুছন্ত নৃপতি ।
তাত পাচে কেন ভৈল কহা মহামতি ॥
ৰাক্ষসৰ ইন্দ্ৰ ঘটোৎকচ নিশাচৰ ।
কৰ্ণে সমে ৰাত্ৰি কেনে কৰিলা সমৰ ॥ ২৫৭৭১
কিদৃশ সমৰ তাৰ ৰথ কেনে ঠান ।
কেনে মায়াৱন্ত সিটো কেনে ৰূপবান ॥
কিদৃশ সমৰ তাৰ কেনে শৰশ্ৰম ।
সকলে কহিবা তাক কৰিয়া নিয়ম ॥ ২৫৭৭২
কিমত কিৰীটি তাৰ কিদৃশ কৱচ ।
পৰম দুৰ্জ্জয় সিটো বীৰ ঘটোৎকচ ॥
শুনিয়া সঞ্জয় পাচে দিলন্ত উত্তৰ ।
সকলে কহিবো মই শুনা নৃপবৰ ॥ ২৫৭৭৩
লোহিতৰ বৰ্ণ সিটো থুলন্তৰ কায় ।
মুখগোটা দেখি যেন গহ্বৰ পৰায় ॥
বিকট দশন যেন লাঙ্গলৰ ঈষ ।
লহ লহ কৰে জিহ্বা অনল সদৃশ ॥ ২৫৭৭৪
নাকগোটা চেপেটা সঙ্কোচ দুই কাণ ।
শৰীৰৰ লোম মানে ঊৰ্দ্ধ কতো ঘান ॥
তাম্ৰবৰ্ণ গোফ ডাড়ি দেখিবাক ভাল ।
শুখান পুখুৰী যেন পেটগোট খাল ॥ ২৫৭৭৫
বিশাল বৰ্ত্তুল বাহু কঠিন দুৰ্ঘোৰ ।
বহল হৃদয় বজ্ৰ সদৃশ কঠোৰ ॥
দুঠান হাতকে যে আঙুলা তিনি গল ।
দুইখান ঠেঙ্গ পাক হাত যে দীঘল ॥ ২৫৭৭৬

গলত শোভয় মনুষ্যৰ মুণ্ডমাল ।
কৃষ্ণবৰ্ণ কলেৱৰ দেখিবাক ভাল ॥
শিৰত কিৰীটি শোভে নানা আভৰণ ।
পৰ্বত উপৰে যেন শোভে ইটো বন ॥ ২৫৭৭৭
কৰ্ণত কুণ্ডল জ্বলে সূৰ্য্যৰ সঙ্কাশ ।
সুবৰ্ণৰ মালা শিৰে কৰয় প্ৰকাশ ॥
ৰত্নময় কৱচ বান্ধিছে শৰীৰতে ।
অস্ত্ৰশত নৰে তাক নপাৰে ভেদিতে ॥ ২৫৭৭৮
সৰ্বাঙ্গে পিন্ধিয়া আছে ভালুকৰ ছাল ।
দীঘলে বহলে জুৰি আছে তিন তাল ॥
অষ্টচক্ৰযুক্ত ৰথ ধ্বজ শশুনৰ ।
পতাকা কিঙ্কিণী তাত আৰিছে বিস্তৰ ॥ ২৫৭৭৯
থানে থানে লগাই আছে ৰত্নৰ দাপণি ।
কণ জুন কৰি বাজে কনক কিঙ্কিণী ॥
একশত ভালুকে বহয় ৰথখান ।
দীঘলে ডাঙ্গৰে মত্ত হস্তীৰ প্ৰমাণ ॥ ২৫৭৮০
পৰম মায়াবী সবে বায়ুবেগে চলে ।
ঐৰাৱত হস্তীক জিনিব পাৰে বলে ॥
দুৰ্ঘোৰ ৰাক্ষস তাৰ সাৰথি প্ৰবৰ ।
ৰথ ডাকিবাৰ মায়া জানে বহুতৰ ॥ ২৫৭৮১
ধৰি আছে বাঘজৰী আতি দৃঢ়তৰ ।
প্ৰচণ্ড সূৰ্য্যৰ যেন ৰশ্মি ভয়ঙ্কৰ ॥
একে ৰথে চৰি দুই যুদ্ধক চলায় ।
বৰুণে আদিত্যে যেনে শোভে একে ঠাই ॥ ২৫৭৮২
নানা বস্ত্ৰ অলঙ্কাৰে শোভা কৰে তনু ।
বজ্ৰ হাত অলঙ্কৃত কৰে দিব্য ধনু ॥
সেহি ধনু টঙ্কাৰি প্ৰহাৰে শৰচয় ।
ধনুৰ্ঘোষ শুনি যেন বজ্ৰপাত হয় ॥ ২৫৭৮৩
তাক দেখি মহাভয়ে পলায় [illegible] ।
প্ৰচণ্ড বতাহে যেন [illegible] ॥
পলায় সেনাগণ [illegible] ।
দেখি বাট ভেটি[illegible] ॥ ২৫৭৮৪
দুইকো দুই [illegible] ।
[illegible] ॥

পাচে যুদ্ধ লাগি ভৈল কৰ্ণ ৰাক্ষসব।
যেন যুদ্ধ ভৈল পূৰ্ব্বে ইন্দ্ৰ ৰাক্ষসৰ ॥ ২৫৭৮৫
পাচে দুয়ো ঘোৰ ধনু তুলি লৈলা হাতে।
দুইকো দুই সন্ধানে হানিলা দৃঢ়মতে ॥
আকৰ্ণ পুৰিয়া ধনু টানে দৃঢ়মতে।
দুইকো দুই সন্ধানে ভেদিলা হৃদয়তে ॥ ২৫৭৮৬
যেন মহাক্ৰোধে যুঁজে দুই মত্তসিংহে।
চৌহাতে যুঁজয় যেন প্ৰমত্ত মাতঙ্গে ॥
প্ৰলয় কালত যেন উল্কা ভয়ঙ্কৰ।
চাহন নযায় কৰ্ণ ৰাক্ষসৰ শৰ ॥ ২৫৭৮৭
সেহি শৰে ফুটি তেজ বহে ধাৰাসাৰে।
পৰ্ব্বতৰ পৰা যেন বহে গেৰুধাৰে ॥
দুইৰো শৰে ক্ষত ভৈল দুইহানো শৰীৰ।
নাহি ভঙ্গ জয় দুয়ো নিশঙ্ক শৰীৰ ॥ ২৫৭৮৮
একে অন্ধকাৰ নিশি ঘোৰ তমোময়।
কৰ্ণ ৰাক্ষসৰ শৰে পৃথিৱী কাম্পয় ॥
দুইকো দুই অৰ্দ্ধচন্দ্ৰ হানন্ত সন্ধানে।
শৰীৰত পৰি মাংস কৰে খানে খানে ॥ ২৫৭৮৯
দুইহান ধনুৰ শুনি দুৰ্ঘোৰ টঙ্কাৰ।
তাক শুনি পলায় সেনা উভয় সেনাৰ ॥
কৰ্ণৰ দেখিয়া ঘোৰ শৰ ভয়ঙ্কৰ।
ৰাক্ষসী মায়াক ধৰিলেক নিশাচৰ ॥ ২৫৭৯০
তেখনে ধাইলেক সেনাগণ ভয়ঙ্কৰ।
বৃক্ষ শিলা ধৰি হাতে গদা মুদগৰ ॥
ৰাক্ষসে দিলেক তাক ধৰ মাৰ মাৰ।
কৌৰৱক ঢাকি দিলা অস্ত্ৰৰ প্ৰহাৰ ॥ ২৫৭৯১
কতো বৃক্ষ শিলা বৰিষিলা ধাৰাসাৰে।
বিভঙ্গে পলাইলা ৰাজাগণ নিৰন্তৰে ॥
আপুনিয়ো ধাইলা মহাধনু ধৰি হাতে।
ত্ৰিপুৰে বধিবে যেন ধাইলা পশুপতে ॥ ২৫৭৯২
ৰাক্ষসৰ ঘোৰ মূৰ্ত্তি জেনিলা সমূণ।
হস্তী ঘোঁৰা এৰিলেক যুদ্ধ নে পুৰীম ॥
শঙ্খ শিঙ্গা দুন্দুভি বাজন বাজনা।
ৰাক্ষসে জুৰিল বাজনী নিনাদ। ২৫৭৯৩

যিটো বীৰগণে দূৰে থাকয় পলায়।
তই কোন বুলিয়া ৰাক্ষসে ধৰি খায় ॥
দশে কুৰি আন্ধাৰত থাকয় পলায়।
দাৰুণ ৰাক্ষসে তৈতে ধৰি ধৰি খায় ॥ ২৫৭৯৪
হস্তীৰ সৰয় দান্ত চিত কৰি পাৰি।
ঘোটকৰ গল ছিঙ্গি পেলাৱে আছাৰি ॥
ৰথক তুলিয়া ধৰি মাৰয় আছাৰি।
ৰথী সাৰথিৰ মুণ্ড ছিণ্ডয় মুচৰি ॥ ২৫৭৯৫
এহিমতে ভীমসুতে কৰয় ছেদন।
বিভঙ্গে পলাইল সবে তবু পুত্ৰগণ ॥
আনো আনো প্ৰধান প্ৰধান বীৰচয়।
বিভঙ্গে পলাইলা সবে ৰাক্ষসক ভয় ॥ ২৫৭৯৬
কেৱলে ৰহিল কৰ্ণ নিশঙ্ক হৃদয়।
ৰাক্ষসক প্ৰতি কিঞ্চিতেকো নাহি ভয় ॥
কৰ্ণে দেখে লোক এৰি পলায় সব প্ৰজা।
বৃহ্যভঙ্গে পলায় যায় দুৰ্য্যোধন ৰাজা ॥ ২৫৭৯৭
তথাপি যুঁজিবো মই নিজ বাহুবলে।
বীৰ ঘটোৎকচক যুঁজিবো একলে ॥
এহি মনে সাৰ কৰি সূৰ্য্যৰ তনয়।
ধাৰাসাৰে বৰিষিলা দিব্য অস্ত্ৰচয় ॥ ২৫৭৯৮
ৰাক্ষসৰ মায়া মানে কৰিলেক ছন্ন।
মেঘ অন্তৰিলে যেন নিৰ্ম্মল গগন ॥
মায়া নষ্ট কৰি ঘটোৎকচ নিশাচৰ।
কৰ্ণক হানিলা ঘোৰ শৰ ভয়ঙ্কৰ ॥ ২৫৭৯৯
হৃদয়ত পৰি শৰ পিঠিত বজাইল ॥
বিদ্যুত সঞ্চাৰে গৈয়া পাতালে লুকাইল ॥
যেন মহাসৰ্পে গৈয়া পশিল বিবৰ।
ৰাক্ষসৰ শৰ ভৈল সেহি পটন্তৰ ॥ ২৫৮০০
নিদাৰুণ চোট পাই কৰ্ণ বীৰবৰ।
ঢলিয়া পৰিল সেহি ৰথৰ উপৰ ॥
ক্ষণেকে চেতন পাই সূৰ্য্যৰ সন্তান।
ঘটোৎকচ বীৰক হানিলা ৰণবাণ ॥ ২৫৮০১
কৰ্ণ শৰঘাতে নকম্পিলা নিদাৰুণ।
ভয়ঙ্কৰ চক্ৰ লৈলা জয়াজয়ে বীৰ ॥

সুৰুজতো অধিক ধাৰ সূৰ্য্যৰ সঙ্কাশ।
নানা মণিময় বস্ত্ৰ কৰয় প্ৰকাশ ॥ ২৫৮০২
গাত্ৰৰ সন্ধানে প্ৰহাৰিলা হুহ বুলি।
কৰ্ণৰ সমুখে চলে সম্যকে বিজুলী ॥
অগ্নিৰ কণিকা জাকে জাকে নিকলয়।
প্ৰলয়ৰ উল্কা যেন খেদিয়া আসয় ॥ ২৫৮০৩
হেন দেখি শৰ প্ৰহাৰিলা আথে বেথে।
আকাশতে কাটিয়া পেলাইলা মহাৰথে ॥
বিফল ভৈলেক যেবে অমোঘ সায়ক।
শৰে হানি ঘটোৎকচ ছাইলে বাধেয়ক ॥ ২৫৮০৪
ভয়ঙ্কৰ গদা ধৰি ক্ৰোধে যমসম।
ৰুদ্ৰ উপেন্দ্ৰৰ যেন প্ৰচণ্ড বিক্ৰম ॥
শৰে হানি ছাই থৈল হিড়িম্বীপুত্ৰক।
পুনু ঘটোৎকচে ধাইলা বীৰ বাধেয়ক ॥ ২৫৮০৫
ভয়ঙ্কৰ গদা ধৰি বোলে থাক থাক।
মাথাৰ উপৰে ফুৰাইলেক শত পাক ॥
হুহ বুলি হানিলেক ৰাধেয়ক প্ৰতি।
বিষাদ শবদে চলে বিপুল শকতি ॥ ২৫৮০৬
কৰ্ণে দেখে খেদি আসে গদা ভয়ঙ্কৰ।
খণ্ড খণ্ড কৰিয়া হানিলা ঘোৰ শৰ ॥
গদা নষ্ট দেখি পাচে ভীমৰ সন্তান।
মায়াবলে তেখনে ভৈলেক অন্তৰ্ধান ॥ ২৫৮০৭
আকাশত ভৈলা গই ঘোৰ মেঘখান।
আস্ফাল গৰ্জ্জনে গৰ্জিলেক বৰ টান ॥
ববষিবে লৈলা বৃক্ষ শিলা নিৰন্তৰ।
ধাৰাসাৰে পৰে কৰ্ণ ৰথৰ উপৰ ॥ ২৫৮০৮
কৰ্ণে জানিলেক ইটো মায়া ৰাক্ষসৰ।
মন্ত্ৰ অভিষেকি প্ৰহাৰিলা দিব্যশৰ ॥
অসুৰৰ মায়া মানে কৰিলা সংহাৰ।
সূৰ্য্যৰ উদয়ে যেন গুচিল আন্ধাৰ ॥ ২৫৮০৯
মায়া নষ্ট কৰি পাচে সূৰ্য্যৰ কুমাৰ।
পুনু শৰচয় আনি কৰিলা প্ৰহাৰ ॥
আকাশত কাটিলা ৰথৰ যত হয়।
ৰথ কাটি সাৰথিক নিলা যমালয় ॥ ২৫৮১০

পাচে কৰ্ণে শৰচয় কৰিলা প্ৰহাৰে।
আঙুলেক অন্তৰে ভেদিল সৰ্ব্বাঙ্গে ॥
কৰ্ণ শৰে নিসন্ধি ফুটিল ঘটোৎকচ।
পৰ্বতক ঢাকি যেন গজি আছে গাছ ॥ ২৫৮১১
কৰ্ণ শৰে ফুটি তাৰ জৰ্জ্জৰিত কায়া।
পুনৰপি ৰাক্ষসে ধৰিলা ঘোৰমায়া ॥
সহস্ৰেক শিৰ তাৰ আতি ভয়ঙ্কৰ।
মৈনাক পৰ্বত সম থুল কলেবৰ ॥ ২৫৮১২
সহস্ৰেক মুখ তাৰ কুৰি শত বাহু।
চন্দ্ৰক গিলিতে যেন খেদি আসে ৰাহু ॥
সেহিমতে কৰ্ণক গিলিবে আসে ধাই।
দেখি ভয় নকৰিলা কৰ্ণ যে দুৰ্জ্জয় ॥ ২৫৮১৩
কৰ্ণে দেখে খেদি মোক ৰাক্ষসে আসয়।
নাখে মুখে প্ৰহাৰ কৰিল শৰচয় ॥
শৰঘাৰ নগণিয়া ঘোৰ নিশাচৰ।
অঙ্কুশৰ ঘাৱ যেন হুলিল কুঞ্জৰ ॥ ২৫৮১৪
শৰঘাৰ পাই হাসিলেক খলখলি।
ধৰিবাক যায় হাজাৰেক বাহু মেলি ॥
অযুতে নিযুতে শৰ হাজাৰে হাজাৰে।
নাকে মুখে প্ৰহাৰ কৰয় খৰতৰে ॥ ২৫৮১৫
তথাপিতো খেদি যায় ৰাক্ষস দুৰ্জ্জয়।
হেন দেখি কৰ্ণৰ মিলিল মহাভয় ॥
কৰ্ণে দেখে মোক আসি পাইল যমকালে।
এহি বুলি হানে শৰ যত বাহুবলে। ২৫৮১৬
দাৰুণ শৰৰ ঘাৱে ক্ষণিক তন্তাইল।
কৰ্ণক এৰিয়া ৰথ তুলি আলগাইল ॥
আছাৰি পেলাইলা ধৰি বহুদূৰ পথ।
সাৰথি সহিতে চূৰ্ণীকৃত ভৈল ৰথ ॥ ২৫৮১৭
জাম্প দিয়া কৰ্ণে দূৰে পৰি আতিৰথা।
আন ৰথে চৰি ধাইলা কণিকো শাপেখি ॥
হেন দেখি ঘটোৎকচ মহাকায় বলে।
পুনৰপি অন্তৰ্ধান ভৈলা [illegible] ॥ ২৫৮১৮
আকাশত ভৈল পিছে পৰ্বত [illegible]।
বৃক্ষ শিলা পৰ্বত বৰিষে [illegible]

শূল শক্তি পৰিঘ বৰিষে ধাৰাসাৰ।
গদা মুদ্গৰ অসি পৰশু তোমৰ ॥ ২৫৮১৯
আনো নানা দিব্যঅস্ত্ৰ আছে যত যত।
ধাৰাসাৰে বৰিষয় কৰ্ণৰ ৰথত ॥
দেখে আকাশত কৰ্ণে অঞ্জন পৰ্বত।
তৈৰ পৰা বৃষ্টি কৰে শিলা শৰ যত ॥ ২৫৮২০
তাক লাগি শৰচয় কৰিলা প্ৰহাৰ।
পৰ্বত মায়াক ভাৰ কৰিলা সংহাৰ ॥
পাচে মেঘখণ্ড হুই আকাশক গৈলা।
উপৰত থাকি বিষ্ঠা মূত্ৰ বৰিষিলা ॥ ২৫৮২১
কৰ্ণে দেখে বিষ্ঠা মূত্ৰ পৰে আকাশৰ।
বিষ্ঠায়ে পূৰিল ৰণস্থলী নিৰন্তৰ ॥
বিষ্ঠা মূত্ৰে ৰণস্থলী ভৈলা অসমান।
হেন দেখি কৰ্ণে প্ৰহাৰিলা বায়ুবাণ ॥ ২৫৮২২
বায়ুৰ পাকত উৰি গৈল মেঘখান।
মায়া নষ্ট ভৈলা পাচে নিৰ্ম্মল গগন ॥
মায়া নষ্ট ভৈলা দেখি হিড়িম্বীনন্দনে।
খল খল কৰি হাসি তুলিলা তেখনে ॥ ২৫৮২৩
পাচে ধৰিলেক মায়া আতি ভয়ঙ্কৰ।
কৰ্ণৰ সমুখে ধাইলা ৰাক্ষস বিস্তৰ ॥
সিংহ শাৰ্দ্দূলৰ বৰ্ণ আতি অনুপম।
ভয়ঙ্কৰ কায় মত্তসিংহ পৰাক্ৰম ॥ ২৫৮২৪
কতো ৰথে কতো গজে কতো ঘোৰে চৰি।
কৰ্ণক সমুখে ধাইলা নানা অস্ত্ৰ ধৰি ॥
নানাবিধ কৱচ দংশিত সৰ্বকায়।
যেহেন মদনে বাসন্তক বেঢ়ি যায় ॥ ২৫৮২৫
সেহিমতে চলে ৰাক্ষসেন্দ্ৰ ঘটোৎকচে।
কৰ্ণক সমুখে বেঢ়িলেক আগে পাচে ॥
ধৰমাৰ কৰি দিলা অস্ত্ৰৰ প্ৰহাৰ।
তথাপি নিৰ্ভয়ে ভৈলা সূৰ্য্যৰ কুমাৰ ॥ ২৫৮২৬
একেশ্বৰে কৰ্ণক ৰাক্ষস বীৰচয়।
নিৰন্তৰে ঢাকি শৰে শৰ বৰিষয় ॥
কিটাইলা ৰাধেয় [illegible] শৰ পাই।
শৰবৃষ্টি কৰিলন্ত [illegible] ॥ ২৫৮২৭

অসংখ্য ৰাক্ষস সেনা পেলাইলেক কাটি।
ভূমিত পৰিল আসি দশন প্ৰকটি ॥
কতো চক্ষু মেলি আছে জীৱন্ত পৰায়।
ৰাক্ষসৰ শিৰে ৰণ ধৰণী সুহাই ॥ ২৫৮২৮
হেন দেখি চলি গৈল হিড়িম্বীনন্দনে।
পাঞ্চ শৰে কৰ্ণৰ ভেদিলা মৰ্ম্মস্থানে ॥
শৰ হানি আটাস দিলেক ভয়ঙ্কৰ।
মহাভয়ে পলায় ৰাজাগণ নিৰন্তৰ ॥ ২৫৮২৯
পাচে ৰাক্ষসেন্দ্ৰ ঘটোৎকচ নিশাচৰ।
গুণত জুৰিলা আনি অঞ্জলিক শৰ ॥
কৰ্ণৰ হাতৰ ধনু আতি ভয়ঙ্কৰ।
ভূমিত পেলাইলা কাটি হিড়িম্বীকুমাৰ ॥ ২৫৮৩০
ধনু ছেদ দেখি কৰ্ণে দুগুণে কিটাইলা।
মহাভাৰ শৰ ধনু তুলি আলগাইলা ॥
গুণগাছ লগাই টানিলেক বাৰম্বাৰ।
কৰ্ণমানে টানি ধনু কৰিলা টঙ্কাৰ ॥ ২৫৮৩১
সুবৰ্ণ পুংখিয়া শৰ গুণত চৰাইলা।
হিড়িম্বীপুত্ৰৰ টানি হিয়াত জপ্টাইলা ॥
পুনৰপি শৰচয় কৰিলা প্ৰহাৰ।
ৰাক্ষসৰ সেনা মানে কৰিলা সংহাৰ ॥ ২৫৮৩২
সিংহে মাৰিলেক যেন হস্তী বহুতৰ।
কৰ্ণ ৰাক্ষসৰ ভৈল সেহি পটন্তৰ ॥
যুগান্তৰ বহ্নি যেন লাগি গৈল বনে।
সেহিমতে অসুৰ দহিলা বীৰ কৰ্ণে ॥ ২৫৮৩৩
ক্ৰোধানলে জ্বলি কৰ্ণে প্ৰজা সংহৰয়।
পলাই বীৰ পাণ্ডৱৰ ৰাধেয়ক ভয় ॥
পলাই বীৰগণে সবে নচাৱয় পাচ।
নিৰ্ভয় ৰহিলা ভীমসুত ঘটোৎকচ ॥ ২৫৮৩৪
ভীম বীৰ্য্যবলে জাত হিড়িম্বীনন্দন।
কৰ্ণৰ শৰক নকৰয় গণাগণ ॥
দুইক দুই চক্ষু পকাই ক্ৰোধ কৰি চাই।
যুগান্তৰ বহ্নি যেন [illegible] ॥ ২৫৮৩৫
ক্ৰোধানলে জ্বলি দুয়ো দশন চোবাই।
অগ্নিৰ স্ফুলিঙ্গ [illegible] নিকলয় ॥

ঘনে ঘনে দুয়ো বীৰে থাক থাক বোলে।
কাম্পয় পৃথিবীখান দুহান আন্দোলে ॥ ২৫৮৩৬
পাচে মহাক্রোধে উঠি হিড়িম্বীসন্তান।
মায়াবলে তেখনে ভৈলেক অন্তৰ্ধান ॥
ময়মত্ত হস্তী সম গৰ্দ্দভ ভাণ্ডৰ।
মুখগোট দেখি যেন ভূত পিশাচৰ ॥ ২৫৮৩৭
হেন সহস্ৰেক খৰে বহে ৰথখান।
লগাই আছে তাতে নানা অস্ত্ৰৰ প্ৰধান ॥
ধ্বজগোট ঝলে তাৰ গৃধ্ৰ শগুনৰ।
ৰামক ধাইলেক যেন ৰাজা লঙ্কেশ্বৰ ॥ ২৫৮৩৮
দুয়ো মহাবীৰ পাচে ভৈল একঠাই।
আন্দোলে আস্ফালে পৃথ্বী কম্পি কম্পি যায় ॥
দুইকো দুই শৰচয় কৰয় সন্ধান।
দুইৰো শৰ কাটি দুয়ো কৰে খান খান ॥ ২৫৮৩৯
পাচে মহাক্রোধে উঠি অসুৰৰ নাথে।
অষ্টচক্ৰমুক্ত শূল তুলি লৈলা হাতে ॥
দুই যোজনৰ পথ ঊৰ্দ্ধক উচ্ছ্ৰিত।
এক যোজনৰ পথ আবাসে বিস্তৃত ॥ ২৫৮৪০
বজ্ৰ লোহাময় সিটো দেবৰ অশনি।
চাৰি পাশে অসংখ্যাত শূল আছে ছানি ॥
শতেক দন্তালে বহে শূল ভয়ঙ্কৰ।
কদম্ব পুষ্পৰ যেন চৌপাশে কেশৰ ॥ ২৫৮৪১
হেন শূল হাতে ধৰি হিড়িম্বীতনয়।
সূৰ্য্যৰ পুত্ৰক চাহি আশেষ গৰ্জ্জয় ॥
শুন ৰাধাসুত তই মোৰ বোল ধৰ।
ইষ্টদেৱ বন্ধুজন সত্বৰে সুমৰ ॥ ২৫৮৪২
এহি শৰপাটে হেৰা তোৰ প্ৰাণ যায়।
এই বুলি প্ৰহাৰিলা ৰাক্ষসৰ ৰায় ॥
বিদ্যুত সঞ্চাৰে চলে দেৱৰ অশনি।
মহাবেগ ধৰিয়া গৰুড় আসে যেনি ॥ ২৫৮৪৩
হেন দেখি ৰথৰ নামিল অতিৰথী।
জাম্প দিয়া আলগতে ধৰিলা শকতি ॥
সেহি শূল ধৰি প্ৰহাৰিলা দুই হাতে।
নিৰ্ঘাত শব্দে গই পৰিল ৰথতে ॥ ২৫৮৪৪

সাৰথি সহিতে ৰথখান চূৰ্ণ কৰি।
পাতালে পশিলা গই পৃথিৱী বিদাৰি ॥
মায়াবলে ঘটোৎকচ তৈৰ আতৰিল।
তাহাক নপাই ৰথখান সংহৰিল ॥ ২৫৮৪৫
হেন দেখি কৰ্ণক পূজিলা সৰ্বজন।
সাধু সাধু ৰাধাসুত বীৰ অকম্পন ॥
দেৱৰ নিৰ্ম্মিত যিটো অস্ত্ৰ ভয়ঙ্কৰ।
তাকো ধৰিলেক যিটো নামিয়া ৰথৰ ॥ ২৫৮৪৬
জানিলোঁ ইহাত পৰে বীৰ নাহি আন।
নাহি নিদাৰুণ বীৰ ইহাৰ সমান ॥
দিব্যঅস্ত্ৰ ধৰি পাচে বীৰ অতিৰথী।
পুনৰপি আপোনাৰ চৰিলন্ত ৰথী ॥ ২৫৮৪৭
কৰ্ণৰ দুষ্কৰ কৰ্ম্ম দেখি ঘটোৎকচে।
পুনু আন মায়া কৰিলেক তাত পাচে ॥
সিংহ ঘোঁৰা বাঘ আৰু মহিষ ভালুক।
বিড়াল কুকুৰ ভেৰা গৰ্দ্দভ জম্বুক ॥ ২৫৮৪৮
আকাশৰপৰা সৰ্প পৰে বিসদৃশ।
অগ্নিবৰ্ণ জিহ্বা নাকে মুখে পৰে বিষ ॥
শিলাসব উৰে তাৰ একো ফোট কৰে ॥
হেন ভয়ঙ্কৰ সৰ্প আসিল অপাৰে ॥ ২৫৮৪৯
কাক গৃধ্ৰ কঙ্ক বক ক্ৰৌঞ্চ শেন চিল।
ফেচা হুদু বিহঙ্গম বিস্তৰ আসিল ॥
বজ্ৰ লোহাময় ঠোঁট ভয়ঙ্কৰ কায়।
কৰ্ণক বেড়িয়া সবে খাইবাক আসয় ॥ ২৫৮৫০
ৰাক্ষস পিশাচ যত ধাইলা নিৰন্তৰ।
বিকৃত কুবেশ মুখ দেখি লাগে ডৰ ॥
কৰ্ণে দেখে ইটো সব মায়া ৰাক্ষসৰ।
মন্ত্ৰ অভিষেকি শৰ মাৰিলা বিস্তৰ ॥ ২৫৮৫১
তথাপি ৰাক্ষসগণে ভয় নকৰয়।
কেহো ঠোঁটে কেহো নখে মাৰ্ত্ত কামোৰয় ॥
পিশাচ দুৰ্জ্জয় ইটো ৰণে ৰাক্ষসৰ।
মন্ত্ৰ অভিষেকি শৰ মাৰিলা বিস্তৰ ॥ ২৫৮৫২
শৰীৰৰ হন্তে ধাৰে যেন তৈল ধাৰ।
তথাপিতো ভঙ্গ নাহি [illegible] ॥

ৰথ ঘোটকক স্বৰ্গে ধৰে বান্ধি বান্ধি।
বজ্ৰ নখে চটকে যে পেলাৱে উভাৰ্জি ॥ ২৫৮৫৩
এহিমতে মায়াবলে যুঁজে নিশাচৰ।
দেখিয়া কৰ্ণৰ ক্ৰোধ জ্বলিল বিস্তৰ ॥
আজ্বল্য সমান ক্ৰোধ কাম্পয় অধৰ।
মন্ত্ৰ অভিষেকি শৰ হানিলা বিস্তৰ ॥ ২৫৮৫৪
ৰাক্ষসৰ মায়া অন্তৰিল তেতিক্ষণে।
সমুখে ৰহিলা ঘটোৎকচ বিদ্যমানে ॥
শুনা সভাসদ পদ মহাভাৰতৰ।
ঈশ্বৰৰ মুখ্যলীলা মহাপুণ্যভৰ ॥ ২৫৮৫৫
দেখিয়োক ঈশ্বৰৰ সেৱাৰ মহত্ত।
ভক্তিবলে পাণ্ডৱে কৰিলা ভৃত্যবন্ত ॥
ৰথৰ সাৰথি হয়া ধৰি বাঘজৰী।
অহৰ্নিশে হিত চিন্তি থাকে ৰক্ষা কৰি ॥ ২৫৮৫৬
মাথাত কাকত বান্ধি ভৃত্য যেন যান্ত।
ভীম যুধিষ্ঠিৰক পৰিয়া প্ৰণামন্ত ॥
অৰ্জ্জুনে সহিতে একে পাটে বহি খান্ত।
বউ বুলি দ্ৰৌপদীত ব্যঞ্জন মাগন্ত ॥ ২৫৮৫৭
বস্ত্ৰ কাঢ়ি লৈবাক চাহিলা দুঃশাসনে।
পশিল দ্ৰৌপদী এহি কৃষ্ণক শৰণে ॥
যত বস্ত্ৰ লৱে গাৱে হৱে তেতিক্ষণে।
বিবস্ত্ৰা কৰিতে নোৱাৰিলা একোজনে ॥ ২৫৮৫৮
দিব্য অস্ত্ৰ মানে সৰ গাৱে পাতিলন্ত।
তথাপি ভক্তৰ নিজ মহিমা বঢ়ান্ত ॥
হেন ভক্ত বান্ধৱ মাধৱ পূৰ্ণকাম।
তাহান্তে শৰণ লৈয়া শুনা গুণ নাম ॥ ২৫৮৫৯
তান গুণ মহিমাক কৰিবা শ্ৰৱণ।
তেৱেসে হৈবেক ভৱবন্ধ বিমোচন ॥
নমো হৰি নমো হৰি তোমাৰ চৰণ।
কায়মনোবাক্যে লৈলো তোমাতে শৰণ ॥ ২৫৮৬০
পতিতপাৱন তুমি অধমৰ গতি।
তোমাৰ চৰণে মোৰ আছোক ভকতি ॥
জন্মে জন্মে তোমাৰ চৰণে হৌক স্থান।
দ্বিজ গোপীনাথে [illegible] ॥ ২৫৮৬১

ঘটোৎকচৰ হাতত হলায়ুধ বধ

লুনডী

সঞ্জয় বদতি শুনা কুৰুপতি
তাত পাচে যেন ভৈল।
হলায়ুধ নামে ঘোৰ নিশাচৰ
মহাক্ৰোধে জ্বলি গৈল ॥
হস্তী ঘোৰে চৰি নানা অস্ত্ৰ ধৰি
এক স্থান আসি ভৈলা।
সাজি চপকৰে আতি আড়ম্বৰে
ৰাজাৰ পাশক গৈলা ॥ ২৫৮৬২
দেখা নৃপবৰ কৰোহো গোচৰ
যুদ্ধক চলিলো সাজি।
পাঞ্চো পাণ্ডৱক ঘটোৎকৰচক
সমৰে মাৰিবো আজি ॥
জানিবা নিশ্চয় দৈৱকীতনয়
কৃষ্ণ ঘটোৎকচ ঘাগি।
যাত পৰে আন নাহি কুটজন
তাহাঙ্ক মাৰিবো বাগি ॥ ২৫৮৬৩
দেখা নৃপবৰ গৰ্ব পাণ্ডৱৰ
আমাকো নপাৰে গুণি।
সখি হিড়ম্বকে মাৰিলা ৰণত
হৰিলা তাৰ ভগিনী ॥
ভাইক মোৰ যে যম সদনক
নিলা এহি ভীমসেনে।
কিৰ্ম্মিকাৰ ৰণে এহি ভীমসেনে
নিলেক যম সদনে ॥ ২৫৮৬৪
তাৰ জলাঞ্জলি কৰিবো সকলি
পাণ্ডৱক মাৰি ধৰি।
পাইলা নিজৰাজ সিদ্ধি ভৈল কাজ
অকণ্টকা বসুন্ধৰী ॥
পাচে কেন ভৈল তোমাৰ পুত্ৰৰ
কহোঁ শুনা নৃপবৰ।
কেন কোটেয় জনে ভয় নাহে চৰি
নগৰৰ চাৰে পাৰ ॥ ২৫৮৬৫

শুনা মহাৰাজা তোমাৰ পুত্ৰৰ
ভৈলা সেহি পটন্তৰ।
হৈবে সিটো ক্ষয় কহিলোঁ নিশ্চয়
জানা সিটো নবেথৰ ॥
এহিমতে শুণি ৰাজা দুৰ্য্যোধন
বৈলা মহাৰঙ্গ কৰি।
এহি বুলি পাচে ঘোৰ নিশাচৰে
পাণ্ডৱক দিলা ধাৰি ॥ ২৫৮৬৬
পাচে সাৰথিক দিলেক উত্তৰ
হলায়ুধ নিশাচৰে।
শুনৰে সাৰথি ৰথ সাজি আন
যুদ্ধক চলোঁ সত্বৰে ॥
দিব্য চাৰি হয় বায়ু নোজোৰয়
প্ৰমত্ত হস্তী সমান।
কতো উট খৰ কতোহো গৰ্দ্দভ
কতোহো হয়ৰ চান ॥ ২৫৮৬৭
তেজ মাংস সিটো ঘোঁৰাৰ আহাৰ
মুখ যেন শৃগালৰ।
হেন চাৰি হয় দেখিতে কুনয়
কতো দেখি মনুষ্যৰ ॥
হেন চাৰি হয় ৰথে প্ৰকাশয়
ধ্বজ গৃধ্ৰ শগুনৰ।
সুবৰ্ণ কিঙ্কিণী কৰে ঝিণিজিনি
পতাকা হালে তোৰণ ॥ ২৫৮৬৮
ভালুকৰ ছাল আতিশয় ভাল
চৌপাশে আছে আবৰি।
ৰত্নৰ দাপোণে শোভে থানে থানে
মণি মৰকত শাৰি ॥
হেন ৰথে চৰি প্ৰমত্ত অসুৰে
পাণ্ডৱক দিলা ধাৱ।
প্ৰজাৰ হ্ৰেসনি জয় বাদ্য ধ্বনি
মহী লৰে বাৰম্বাৰ ॥ ২৫৮৬৯
গৰ্জ্জে হস্তীচয় ঘোৰা চিহৰয়
ৰথৰ ঘোৰ গম্ভীৰ।

চতুৰঙ্গ দল কৰে টলবল
বসুন্ধৰী মেলে চিৰ ॥
হস্তীত মাহুত ঘোৰাত ৰাহুত
ৰথীত ৰথে সাৰথি।
পদাতি অনেক চলয় প্ৰত্যেক
হাতে ধৰি ঢাল কাটি ॥ ২৫৮৭০
এহিমতে চলে চতুৰঙ্গ দলে
অনা যুদ্ধ নিশাচৰে।
দেখি কৌৰৱৰ মহাৰঙ্গ ভৈল
আনন্দে চিত্ত নধৰে ॥
হস্তী ঘোৰে চৰি চলে দৰ দৰি
কতো চৰি দিব্য ৰথে।
সিংহ ঘোঙ্গ বাঘে বৰাহ ভালুকে
উঠি যায় আথে বেথে ॥ ২৫৮৭১
উটে খৰে ছাগে চৰি সাতো আগে
পাণ্ডৱক খেদি যায়।
কতোহো অসুৰে শৃগাল কুকুৰে
উঠি আসে ক্ৰোধে ধাই ॥
কুকুৰ শিয়াল কটলা বিৰাল
চৌপাশে বেঢ়ি আছয়।
গৃধ্ৰ শগুনৰ ধ্বজ ভয়ঙ্কৰ
সূৰ্য্য সম প্ৰকাশয় ॥ ২৫৮৭২
নানা ৰত্নময় কিৰীটি জ্বলয়
তাতে সুবৰ্ণৰ মালা।
প্ৰচণ্ড সূৰ্য্যক বেঢ়ি প্ৰকাশয়
অসংখ্যাত ৰশ্মি জ্বালা ॥
পৰশু মুষল গদা মুদগৰ
শূল শক্তি কনিয়াল।
বিপাট তোমৰ শৰ সমৰৰ
লৈলা বাছি ভাল ভাল ॥ ২৫৮৭৩
হেন ৰথে চৰি প্ৰমত্ত অসুৰে
পাণ্ডৱক দিলা ধাৱ।
ভয়ে কম্পমান [illegible] প্ৰজাগণ
তুলি [illegible] [illegible]॥

পলায় সেনাচয় ৰাক্ষসৰ ভয়
দেখি আছে ঘটোৎকচ ।
ৰাধেয়ক এৰি ধাইলা ক্ৰোধ কৰি
মৃত্যুক কৰিয়া পাচ ॥ ২৫৮৭৪
পাচে দুইহান্তৰ যুদ্ধ ঘোৰতৰ
লাগি গৈলা ধূমাৰ্জ্জয় ।
দুইহান্তৰ শৰে আকাশ ছানিয়া
ভৈল সবে তমোদয় ॥
পাচে হলায়ুধে উঠি মহাক্ৰোধে
পৰিঘ ধৰিয়া হাতে ।
গাৱৰ সন্ধানে প্ৰহাৰ কৰিলা
হিড়িম্বীসুতৰ মাথে ॥ ২৫৮৭৫
দুৰ্বাৰ প্ৰহাৰ পায়া নিশাচৰ
কম্পমান ভৈলা কায়া ।
ক্ষণেকে চেতন হুয়া সন্মুখণ
মহাক্ৰোধে গৈলা ধায়া ॥
আথে ৰেথে তদা ভয়ঙ্কৰ গদা
ক্ৰোধে লৈলা আলগাই ।
সুৱৰ্ণৰ তাত ঘণ্টা একশত
লগায় আছে ঠাই ঠাই ॥ ২৫৮৭৬
সুৱৰ্ণ কিঙ্কিণী কৰে ঝিনি ঝিনি
ধৱল চামৰে ছাইল ।
মহাক্ৰোধ কৰি দশন কামুৰি
সন্ধানে হানি পঠাইল ॥
বিদ্যুত সঞ্চাৰে ৰথৰ উপৰে
পৰি ভয়ঙ্কৰ গদা ।
সাৰথি ৰথক ঘোঁৰাক ধ্বজক
চূৰ্ণ কৰিলেক তদা ॥ ২৫৮৭৭
ৰথ ধ্বজ নষ্ট দেখি মন কষ্ট
হলায়ুধ অতিকায়া ।
মনে বিমৰিষি মায়া তেতিক্ষণে
ধৰিলা ৰাক্ষসী মায়া ॥
আকাশক যাই ধাৰে বৰিষয়
কধিৰ মূত্ৰ পুৰীষ ।

প্ৰচণ্ড বতাস বহে অবিচ্ছেদ
কুঁৱাময় দশো দিশ ॥ ২৫৮৭৮
হয় বজ্ৰপাত সহস্ৰ সংখ্যাত
শিলা পৰে অসদৃশ ।
মেঘৰ আস্ফাল যাই ভূমিছাল
শব্দ উঠে হৃদি কোষ ॥
হেন দেখি পাচে বীৰ ঘটোৎকচে
কৰিলা মায়া বিস্তৰ ।
জটায়ুসুতৰ মায়া নিৰন্তৰ
কৰিলা সবে সংহাৰ ॥ ২৫৮৭৯
মায়া নষ্ট দেখি ক্ষণিকো নাপেখি
হলায়ুধ নিশাচৰে ।
হিড়িম্বীপুত্ৰৰ ৰথৰ উপৰ
বৃক্ষ শিলা বৃষ্টি কৰে ॥
বৃক্ষ শিলাচয় ধাৰায়ে পৰয়
দেখিয়া ঘটোৎকৰচে ।
ক্ৰোধে কম্পমান ভীমৰ নন্দন
সিয়ো অন্তৰিলা পাচে ॥ ২৫৮৮০
আকাশত যাই ভৈলা একঠাই
দুয়ো ঘোৰ নিশাচৰে ।
দাৰুণ দুৰ্বাৰ যুদ্ধ ভয়ঙ্কৰ
মিলিলেক দুহান্তৰে ॥
দুইক দুই ক্ৰোধে দশন চোবাই
প্ৰহাৰে গদা মুদগৰ ।
শূল শক্তি ভল্ল নিস্ত্ৰিংশ* তোমৰ
হানে ক্ৰোধ বহুতৰ ॥ ২৫৮৮১
আনো দিব্যশৰ মহা ভয়ঙ্কৰ
হানে দুইক দুই ক্ৰোধে ।
শৰীৰত পৰি মাংস যায় ছিণ্ডি
লুম্ফি খাই কাক গৃধ্ৰে ॥
পাচে দুইক দুই শিলা বৰিষয়
সমূলে তুলি উভাৰি ।

* নিস্ত্ৰিংশ—খড়্গ ।

অশ্বত্থ কপিত্থ ইঙ্গুদি বদৰী
হানে দুয়ো ক্ৰোধ কৰি ॥ ২৫৮৮২
পলাশ পাৰলি কদম্ব শিমলি
খদিৰ ৰাজচম্পক।
শাল তাল বেল বকুল শ্ৰীফল
নাগেশ্বৰ কুৰুবক ॥
আনো বৃক্ষজাতি উভাৰি দুই হাতে
দুইকো দুই ক্ৰোধে হানে।
দুইহানো আস্ফালে আন্দোলে হিন্দোলে
মহী টুলে ঘনে-ঘনে ॥ ২৫৮৮৩
পাচে দুইহান্তৰ ক্ৰোধ ঘোৰতৰ
লাগি গৈল হাতাহাতি।
চৰৰ চাপৰ মুষ্টিৰ প্ৰহাৰ
কতো মাৰে ঘৰাকাতি ॥
কিল ভুকু লাথি ক্ৰোধে মাৰে আতি
কতো মাৰে জাপ গুৰি।
মালবান্ধে বান্ধি হাত ভৰি তৰি
থাকে পৃথিবীত পৰি ॥ ২৫৮৮৪
বাঘে যেন ধৰি কামোৰা কামুৰি
কৰে পৃথিবীত পৰি।
দুই ৰাক্ষসৰ পায়া পয়োভৰ
মহী লৰে গিৰ গিৰি ॥
দাৰুণ প্ৰহাৰে দুইহানো শৰীৰে
ক্ষত ভৈল সশৰীৰে।
পৰ্বতক ভেদি যেন অবিচ্ছেদে
বহি থাকে গেৰুধাৰে ॥ ২৫৮৮৫
আউল জাউল কেশ ভয়ঙ্কৰ বেশ
চেতন নাহিকে গাত।
ত্যজয় আটাস মিলে গৰ্জ্জত্ৰাস
হোৱে যেন বজ্ৰপাত ॥
দুয়ো আতিকায় পৰ্বত পৰায়
দুয়ো আতি মহাবল।
দুহান আন্দোলে পৃথিৱী নসহে
ভৰে যায় ৰসাতল ॥ ২৫৮৮৬

পূৰ্বকালে যেন বালী সুগ্ৰীৱৰে
ভৈল যেন ঘোৰ যুদ্ধ।
ইবেলায়ো জানা সেহি যুদ্ধ ভৈল
ঘটোৎকচ হলায়ুধ॥
দুই নিশাচৰে বিবিধ প্ৰকাৰে
যুঁজিলেক কতোক্ষণে।
পাচে ক্ৰোধ কৰি খড়্গ চৰ্ম্ম ধৰি
বাহিৰাইলা দুয়োজনে ॥ ২৫৮৮৭
ক্ষণো আগবাঢ়ে ক্ষণো পাচগুচে
ক্ষণো যাই বেগ ধৰি।
ক্ষণো ফুৰে পাক শেন হেন থাপ
দেই কতো বিজ পাৰি ॥
দুয়ো আতিকায় পৰ্বত পৰায়
হোৱে কতো মায়া কৰি।
কতো অল্পকায় তেখনে লুকায়
সূক্ষ্ম কায়া থাকে ধৰি ॥ ২৫৮৮৮
খড়্গ ঊৰ্দ্ধ কৰি চক্ৰাকাৰে ফুৰি
যুঁজে আতি ছন্দে ৰন্ধে।
ছিদ্ৰ পায়া পাচে বীৰ ঘটোৎকচে
প্ৰহাৰিলা তাৰ কন্ধে ॥
দাৰুণ দুৰ্বাৰ খড়্গৰ প্ৰহাৰ
শিৰ পৰিলেক ছিৰি।
গিৰ গিৰ কৰি তেখনে লৰিল
সসাগৰা বসুন্ধৰী ॥ ২৫৮৮৯
পাচে গাণ্ডিগোট গিৰিসিত কৰি
পৰি বৈল ধৰণীত।
অসংখ্য হাজাৰ হয় হস্তী ৰথ
কৰিলেক চূৰ্ণীকৃত ॥
ভীমৰ পুত্ৰৰ হাতত পৰিল
হলায়ুধ নিশাচৰ।
দেখি পাণ্ডুগণে মহাৰঙ্গ মনে
দুন্দুভি বায়ে বিস্তৰ ॥ ২৫৮৯০
বক কনিষ্ঠক ঋষি সমবত
ভীমসুত মহাকায়।

হলায়ুধ শিৰ কুৰু নৃপতিৰ
যোগাইলন্ত আনি আগে ॥
হেৰ তোৰ মিত্ৰ ছুগোটা মৰিল
চিনি লৈয়ো তাৰ শিৰ ।
এতেকেসে তোৰ কৰ্ণক মাৰিয়া
পেথিবো যম মন্দিৰ ॥ ২৫৮৯১
এহি বুলি ক্ৰোধে আটাসেক দিলা
আৰ্ত্তি বৰ ভয়ঙ্কৰ ।
দেখি ছুৰ্য্যোধন ভয়ে কম্পমান
বিভঙ্গে দিলা লৰৰ ॥
পাটচৌৰা নামে আছে এক গ্ৰাম
ছিলা কোন নাম যাৰ ।
আতি বিতোপন সৰ্ব্ব সুসম্পন্ন
ছুই যেন স্বৰ্ণহাৰ ॥ ২৫৮৯২
সেহি গ্ৰামেশ্বৰ মহা দেশৰৰ
ভীমসেন দ্বিজবৰ ।
যাৰ যশৰাশি অদ্যাপি প্ৰকাশি
যেন পূৰ্ণ শশধৰ ॥
কুলশীল সন্ত শ্ৰীমন্ত মহন্ত
মহাজ্ঞানী ক্ৰিয়ানিষ্ঠ ।
যাৰ দান ধৰ্ম্মে জগত জুৰিল
অপৰ যেন বশিষ্ঠ ॥ ২৫৮৯৩
তাহাৰ সন্ততি বাম সৰস্বতী
পাঠক শুক্লধ্বজৰ ।
যেন শুকগুৰু অঙ্গিৰা তনুক
আনো তুহি পটন্তৰ ॥
তাহানে তনয় আতি শিশুনয়
গোপীনাথ দ্বিজবৰে ।
হ্ৰস্ব দীৰ্ঘ ছন্দে বচিলা প্ৰবন্ধে
কথা মহাভাৰতৰে ॥ ২৫৮৯৪
নমো নাৰায়ণ তোমাৰ চৰণ
কৰো পৰি দণ্ডৱত ।
কৰা কৃপা নাথ মঁই বৰ অনাথ
বাস দিয়া চৰণত ॥

তুমি আত্মা নিজ জগতৰ বীজ
দেৱতাৰো যিটো দেৱ ।
হেনয় কৃষ্ণৰ চৰণত পৰি
কৰো লক্ষকোটি সেৱ ॥ ২৫৮৯৫
তোমাৰ ভৃত্যৰ ভৃত্যৰো ভৃত্যৰ
তাৰো ভৃত্য ভৈলোঁ আমি ।
বোলোঁ গোপীনাথ এহি মনোৰথ
পূৰণ কৰিয়ো স্বামী ॥
সংসাৰ সাগৰে সাতুৰি ফুৰোঁহো
নাহি কিছু কূল পাৰ ।
পতিতপাৱন তুমি নাৰায়ণ
কৰিয়ো মোক উদ্ধাৰ ॥ ২৫৮৯৬
তযু গুণ নাম মুখে নছাৰোক
হস্তে কৰোঁ তযু কাম ।
সাধুসবে মোৰ সুহৃদ হুইবেক
গুচোক বিষম কাম ॥
এহি কৃপালেশ মাগো অহৰ্নিশ
পূৰিয়োক এহি আশ ।
শুনা নৰ-নাৰী বোলা হৰি হৰি
মই ভৈলোঁ দাসৰো দাস ॥ ২৫৮৯৭

---

ঘটোৎকচ বধ

পদ

পাচে সঞ্জয়ত কথা পুছিলা নৃপতি ।
কহা পাচকথা মই শুনিবো সম্প্ৰতি ॥
যেবে হলায়ুধ মৰি গৈলা যমপুৰ ।
কেনে যুদ্ধ ভৈলা পাচে কৰ্ণ ৰাক্ষসৰ ॥ ২৫৮৯৮
মায়াবলে ঘটোৎকচে বৰিষিলা শৰ ।
কোন বীৰ পলাই গৈল দিশ দিশান্তৰ ॥
সমৰে ৰহিলা কোন নিশঙ্ক হৃদয় ।
সাৰশেষ কৰি মোত কহিয়ো সঞ্জয় ॥ ২৫৮৯৯
সঞ্জয়ে বোলন্ত শুনিয়োক নৃপবৰ ।
যেবে হলায়ুধ পৰি গৈল যমঘৰ ॥

নাহিকে ভ্ৰূভঙ্গ বণে হিড়িম্বীকুমাব ।
কৌববব আগে বঙ্গে নাদিলা বিস্তব ॥ ২৫৯০০
তাক শুনি পলায় প্রজা তোমাব পুত্রব ।
নাদ শুনি মহাভয়ে নেদিল সমব ॥
কুঞ্জব কম্পন নাদ শুনি বাক্ষসব ।
বিভঙ্গে পলাইলা প্রজা কুরু পাণ্ডবব ॥ ২৫৯০১
সেহি সময়ত পাচে বাধাসুত কর্ণে ।
পাঞ্চাল দলক ধাই গৈল ক্রোধমনে ॥
ধৃষ্টদ্যুম্ন শিখণ্ডীক দশ দশ শবে ।
আকর্ণ পুৰিয়া ধনু টানি দৃঢ়তবে ॥ ২৫৯০২
উত্তমৌজা যুধামন্যু আদি বীৰগণ ।
সাত্যকিব বথ ধ্বজ কৰিলেক ছন্ন ॥
ধনুব টঙ্কাবে যেন মেঘব গর্জ্জন ।
বিদ্যুত সঞ্চাবে শোভে ধনু বিতোপন ॥ ২৫৯০৩
শবসব পৰে বৃষ্টিধাবা পটন্তব ।
সেহি বৃষ্টিধাৰা পৰে জল পটন্তব ॥
এহিমতে কর্ণে যেবে মাবে প্রজাচয় ।
দেখি মহাক্রোধে ধাইলা হিড়িম্বীতনয় ॥ ২৫৯০৪
কাঞ্চনে ভূষিত বথে চবি নিশাচব ।
সিংহনাদ কৰি লাগ চাপিলা কর্ণব ॥
বজ্রব সন্ধানে শব হানিলা বিস্তব ।
ভল্লক নিথান শিলীমুখ বহুতব ॥ ২৫৯০৫
নাবাচ তোমৰ বৎসদন্ত ত্রিকণ্টক ।
ববাহ বিপাত ভল্ল সাক্ষাতে অন্তক ॥
আনো যত শবচয় আছে ভয়ঙ্কব ।
কর্ণক হানিলা ক্রোধে ভীমব কুমাব ॥ ২৫৯০৬
কর্ণে যে হানিলা শবচয় ভয়ঙ্কব ।
নিসন্ধি ফুটিল সবে ভীমব পুত্রব ॥
দুইব শবে ফুটি দুয়ো শোভে অতি ভালা ।
নানা পুষ্পে বিবচিত শোভে যেন মালা ॥ ২৫৯০৭
সুবর্ণ পুংখিয়া শব হানিলা বিস্তব ।
দুহানে শবীবে তেজ বহে নিবন্তব ॥
দুয়ো বীব দাৰুণ তৰুণ সুকুমাব ।
দুইক দুই তুল্য ৰূপে কবয় প্রহাব ॥ ২৫৯০৮

দুইক দুই মহাক্রোধে দশন চোবায় ।
দুয়ো মহাবলী ভীম সূর্য্যব তনয় ॥
সেহি সময়ত কর্ণ অস্ত্র বিদ্যাসুব ।
বথখান কাটিলেক হিড়িম্বীপুত্রব ॥ ২৫৯০৯
বথ হত দেখি পাচে ভীমব সন্তান ।
মায়াবলে তেতিক্ষণে ভৈলা অন্তর্ধান ॥
যেবে ঘটোৎকচ বীব অন্তর্ধান ভৈলা ।
কুৰুসেনা মধ্যে উসমিস লাগি গৈলা ॥ ২৫৯১০
ইটো কূটযুদ্ধী ঘটোৎকচ নিশাচব ।
কিবা মায়া কৰি মাৰি পশে যমঘব ॥
এহি বুলি মহাভয়ে কম্পে বীব যত ।
ধান দিলে আথৈ হোৱে সবাৰো মুখত ॥২৫৯১১
কোন ছলে কর্ণক মাবয় ঘটোৎকচে ।
আসা সবে পলাই যাওঁ যাবে প্রাণ আছে ॥
কর্ণে মনে গুণে ইটো দুষ্ট নিশাচব ।
মায়াবলে মোক ইটো কৰিবে সমব ॥ ২৫৯১২
যাবে নষ্ট নাহি কবে বাক্ষসব শবে ।
তাবে মন্ত্রবলে সাজো শবময় ঘবে ॥
এহি বুলি আচান্ত কৰিলা বাধাসুতে ।
দিব্য শবচয় আনি জুৰিলা গুণতে ॥ ২৫৯১৩
আথাকে বাধেয় প্রহাৰিলা দিব্যশব ।
দশো দিশে ঢাকিলেক শবব পঞ্জব ॥
যদ্যপি কবন্ত পুৰন্দবে বজ্রপাত ।
তথাপিতো মন্ত্রবলে নিবন্ধিয়া তাত ॥ ২৫৯১৪
এহিমতে কর্ণে সাজিলেক শবঘব ।
নির্ভয়ে বহিলা তাতে সূর্য্যব কুমাব ॥
পাচে ঘটোৎকচে মায়া কৰিলা বিস্তব ।
আকাশত ভৈল মেক মন্দব আকাব ॥ ২৫৯১৫
উল্কা সঞ্চবয় ঘনে হোৱে বজ্রপাত ।
জ্বলন্ত অগনি পৰে জাকে জাকে যাত ॥
ত্যজয় আটাস শুনি ঘোব ভয়ঙ্কব ।
হোৱে বজ্রপাত যেন প্রলয় কালত ॥ ২৫৯১৬
পাচে পবিবাক লৈলা শব [illegible] ।
প্রলয়ব মেঘ যেন ববিষয় [illegible]

সুবৰ্ণ পুংখিয়া শৰ বজ্ৰ লোহাময় ।
কুৰু কটকক হানি ধাবায়ে পবয় ॥ ২৫৯১৭
পৰশু মুষল অসি নিস্ত্ৰিংশ তোমৰ ।
তৈলে ধৌত শৰচয় পৰে বহুতৰ ॥
পৰিঘ পট্টিশ শূল গদা মুদগৰ ।
বৎসদন্ত শতাগ্নিয়ে বিপাত বিস্তৰ ॥ ২৫৯১৮
প্ৰমত্ত হস্তীৰ সম পৰে শিলাচয় ।
বজ্ৰপাত হোৱে যেন মিলিল প্ৰলয় ॥
আনো যত অস্ত্ৰ শস্ত্ৰ আছে ঘোৰতৰ ।
ধাৰাসাৰে পৰে কুৰুসেনাৰ উপৰ ॥ ২৫৯১৯
পৰে জলধাৰ হস্তীশুণ্ডৰ সমান ।
তাতে উটি বুৰি কুৰুসেনা ছাৰে প্ৰাণ ॥
শিলা পৰি ভাঙ্গে ৰথ বজ্ৰে মাৰে ৰথী ।
শৰ পৰি মৰে ঘোঁৰা চক্ৰে মাৰে হস্তী ॥ ২৫৯২০
মহা আৰ্ত্তৰাৱ কৰি মৰে সিবেলাত ।
সাগৰ শোভিত যেন প্ৰচণ্ড বায়ুত ॥
মায়াবলে ঘটোৎকচ প্ৰহাৰয় শৰ ।
জৰ্জ্জৰিত ভৈল সেনাগণ কৌৰৱৰ ॥ ২৫৯২১
দুৰ্য্যোধন ৰাজা মহাভয়ে কম্পমান ।
উসমিস কৰি ফুৰে যাইব কোন থান ॥
আহা কি কৰিব আৰে যাইব কোন পুৰী ।
অসুৰৰ হাতে সবান্ধবে যাইবো মৰি ॥ ২৫৯২২
দাৰুণ দুৰ্বাৰ অস্ত্ৰবৃষ্টি ভয়ঙ্কৰে ।
বিভঙ্গে পলায় বীৰগণ কৌৰৱৰ ॥
সহস্ৰ সংখ্যাত পাৰে কেৰুৱা আটাস ।
উল্কা যেন জ্বলে মুখ দেখি লাগে ত্ৰাস ॥ ২৫৯২৩
বিকৃত কুবেশ ৰাগে ফুৰয়ে পিশাচ ।
ঘটোৎকচ বুলি পলায় নচাৰয় পাচ ॥
তযু পুত্ৰগণ ভয়ে হৈল কম্পমান ।
ৰাক্ষসে খাইবে পলাই যাইবো কোন থান ॥২৫৯২৪
এহি বুলি প্ৰজাসবে কৰে উসমিস ।
ৰণ পৰিহৰি প্ৰজা [illegible] ॥
বিকট দশন যেন [illegible] ।
মুখগোট দেখি [illegible] ॥ ২৫৯২৫

পৃথিৱীত পাৰ শিৰ লাগিছে স্বৰ্গত ।
হেনয়ে ৰাক্ষসে খেদি ফুৰে কোটি শত ॥
তাক দেখি প্ৰজাগণ বিভঙ্গে পলায় ।
ঘোৰ নিশাচৰে তৈতে খেদি খেদি খায় ॥ ২৫৯২৬
দশে কুৰি পৰি থাকে হামুখুৰি খাই ।
আন্ধাৰতো খুজি পাৰে লুকান ঠাই ॥
কতো হস্তীকন্ধে কতো ৰথে থাকে চৰি ।
ঝিদুৰতে থাকে পলায় ৰণভূমি এৰি ॥ ২৫৯২৭
তৈতে যাই খেদি পাৰে দাৰুণ অসুৰ ।
লক্ষ শিলা মাৰি পশে যমৰ মন্দিৰ ॥
কতো লুকায় থাকে মৰা হস্তীৰ তলত ।
কতো মৰা শৰ তুলি দেই উপৰত ॥ ২৫৯২৮
খালে জোঙে পৰি থাকে কতো বৃক্ষতলে ।
পৰ্ব্বত পেলায়া তৈতে মাৰে মায়াবলে ॥
সঘনে নিৰ্ঘাত পৰে বজ্ৰ পৰে ধাৰে ।
বহয় শোষক বায়ু হৃদয় বিদাৰে ॥ ২৫৯২৯
দলদোপ কৰে মহী নসহয় ভৰ ।
গিৰ গিৰ শবদক শুনি ভয়ঙ্কৰ ॥
উল্কা সঞ্চৰয় ঘনে উৰে ধূমকেতু ।
বহুবিধ বিমঙ্গল মৰণৰ হেতু ॥ ২৫৯৩০
গুৰুতৰ গদা শূল শক্তি ভয়ঙ্কৰ ।
ধাৰাসাৰে পৰে কৰ্ণৰথৰ উপৰ ॥
শতঘ্নী বিপাত তোমৰক কনিয়াল ।
বৎসদন্ত ত্ৰিকণ্টক ভল্ল ভিণ্ডিপাল ॥ ২৫৯৩১
আনো যত শৰচয় আছে ভয়ঙ্কৰ ।
ধাৰাসাৰে বৰিষয় ভীমৰ কুমাৰ ॥
কৰ্ণেয়ো হানন্ত দিব্য অস্ত্ৰ মন্ত্ৰ পঢ়ি ।
অসুৰক নপায় শৰ পন্থু আসে ঘূৰি ॥ ২৫৯৩২
বৰ বৰ বীৰগণে প্ৰহাৰয় শৰ ।
ওচৰো নপাৰে ঘটোৎকচ অসুৰৰ ॥
ঘুঁজিবাক লাগি কাৰো শকতি নভৈল ।
কৰ্ণক এৰিয়া পলাই দশোদিশে গৈল ॥ ২৫৯৩৩
ককা ভায়া জেঠা খুড়া কিবা তাহা আৰ ।
ৰাক্ষসে খাইবেক যেতি আপোনাৰ সাৰ ॥

ৰাক্ষস দুহিকে মনে কৰিলোঁ নিশ্চয়।
পাণ্ডৱৰ অৰ্থে জানো দেৱতা যুঁজয় ॥ ২৫৯৩৪
এহি বুলি বিভঙ্গে পলায় সব নৰ।
নিৰ্ভয়ে ৰহিলা কৰ্ণ সাজি শৰঘৰ ॥
কৰ্ণক দেখয় সাজি আছে শৰঘৰ।
তাক লাগি হানে বৃক্ষ পৰ্বত শিখৰ ॥ ২৫৯৩৫
শৰঘাৱে পৰিয়া পৰ্বত চুৰ হয়।
দেখি ঘটোৎকচ ক্ৰোধে কম্পিল হৃদয় ॥
ছুনাই ঘটোৎকচে মহা মত্তগজ লীলা।
কৰ্ণৰ ৰথক লাগি হানে বৃক্ষশিলা ॥ ২৫৯৩৬
আথাকে ৰাক্ষসে শৰ কৰন্ত সন্ধান।
বৃক্ষশিলাময় ভৈলা ৰণ ভূমিখান ॥
দশো দিশে ঢাকিলেক ৰাক্ষসৰ শৰে।
শৰময় আকাশ ভৈলেক নিৰন্তৰে ॥ ২৫৯৩৭
লাজে অপমানে কৰ্ণ তথাতে ৰহিলা।
ৰথখান চুৰ্ণ ভৈলা পৰি ঘোৰ শিলা ॥
ৰথভঙ্গে ৰাধাসুত ভূমিত নামিলা।
তথাপি নিৰ্ভয়ে যুঁজে মত্তগজ লীলা ॥ ২৫৯৩৮
ৰথভঙ্গ দেখি কৰ্ণে গুণে মনে মনে।
ইহেন সময়ে ৰথ যোগাইবেক কোনে ॥
মোক এৰি পলাই গৈল সবে বীৰগণ।
ৰাক্ষসৰ হাতে মোৰ মিলিবে মৰণ ॥ ২৫৯৩৯
ময়ো সমৰত যেৱে মৰো এহি ঠাই।
তথাপিতো নপলাওঁ কৰিলোঁ নিশ্চয় ॥
এহিমনে গুণি পাচে সূৰ্য্যৰ নন্দনে।
দিব্য অস্ত্ৰ প্ৰহাৰিলা মহাকোপ মনে ॥ ২৫৯৪০
আকাশত সবে বিচাৰয় ঠাই ঠাই।
ভীমৰ পুত্ৰক নপাই আসিল ছুনাই ॥
পাচে ঘটোৎকচে মায়া কৰিলা বিস্তাৰ।
সিংহ ব্যাঘ্ৰ মহিষ যে আসিল অপাৰ ॥ ২৫৯৪১
কুকুৰ শৃগাল সৰ্প গৃধ্ৰ ভয়ঙ্কৰ।
বিচাৰি বিচাৰি খাই প্ৰজা কৌৰৱৰ ॥
এহিমতে প্ৰজা যেৱে মাৰয় ৰাক্ষস।
ত্ৰাহি ত্ৰাহি কৰ্ণ বুলি পাৰয় আটাস ॥ ২৫৯৪২

বহে খৰবায়ু খোলা খাপৰ উৰায়।
আচোক যুঁজিবে চক্ষু মেলন নযায় ॥
বৃক্ষ ভাগি পৰে হস্তী ঘোঁৰা ভাটি যায়।
বীৰগণ পৰি থাকে হামুখুৰি খায় ॥ ২৫৯৪৩
নমাতি থাকয় পৰি ৰাক্ষসক ডৰে।
তুমি কোন বোলন্তে যে ভিৰি দেই লৰে ॥
ধৰ ধৰ বুলিয়া ৰাক্ষসে পাৰে গেৰি।
পলাই ত্ৰাসতে বন্ধু বান্ধৱক এৰি ॥ ২৫৯৪৪
এহিমতে ঘটোৎকচে কৰয় কদন।
পলাইবাত পৰে বেঢ়ি নকৰয় ৰণ ॥
যুঁজিবাক শক্য নাহি পলাবে নেৰয়।
ত্ৰাহি ত্ৰাহি কৰ্ণ বুলি আটাস পাৰয় ॥ ২৫৯৪৫
ৰাখা ৰাখা ৰাধাসুত পশিলোঁ শৰণ।
তুমি বিনে ৰাখন্তা নাহিকে আন জন ॥
আমি মৰি যাইবো এবে ভাৰ্য্যা হুইবে ৰাণ্ডী।
দুৰ্য্যোধন ৰাজা তই ভৈলি তল গাণ্ডি ॥ ২৫৯৪৬
তোৰ দণ্ডে নষ্ট ভৈলা প্ৰজা জগতৰ।
আপুনিয়ো মৰি তই যাইবি যমঘৰ ॥
এহি বুলি প্ৰজাসবে আৰ্ত্তৰাৱ কৰে।
শুনি দুৰ্য্যোধন গৈলা ৰাধেয়ৰ তৰে ॥ ২৫৯৪৭
কাতি কুতি কৰি পশিলেক শৰঘৰ।
কৰ্ণক সম্বোধি পাচে দিলেক উত্তৰ ॥
শুনা ৰাধাসুত তুমি আমাৰ উত্তৰ।
কাক লাগি থৈয়া আছা শক্তি বাসৱৰ ॥ ২৫৯৪৮
যি কালত ইন্দ্ৰ আসি দ্বিজৰূপ ধৰ।
অভেদ্য কবচ দিলা কুণ্ডল কৰ্ণৰ ॥
তোমাকো দিলন্ত ৰঙ্গে দেৱ পুৰন্দৰ।
এক শত্ৰু নিবৰ্হিনি অস্ত্ৰ ভয়ঙ্কৰ ॥ ২৫৯৪৯
তাক ৰাখি থৈয়া তুমি আছা কোন কাজে।
আমি মৰি গৈলে পাচে কোনে খাইবে ৰাজে ॥
ৰাক্ষসৰ শৰে যেৱে আমি হওঁ ছাই।
কেনে ছাই উদ্ধাৰিবো তোমাৰ আন নাই ॥ ২৫৯৫০
এতো হেন কথা তুমি মোৰ বোল ধৰা।
অৰ্জ্জুন থাকোক এবে ৰাক্ষসক মাৰা ॥

ৰাক্ষসক মাৰি পাণ্ডৱক কৰা তুচ্ছ।
অৰ্জ্জুন যথাৰ্থে টোনে আছে গণ্ড পুচ্ছ ॥ ২৫৯৫১
তোমাৰ সমান বীৰ নেদেখোঁহো আন।
ৰাক্ষসক বধি বাপ দিয়ো প্ৰাণদান ॥
যেবে দুৰ্য্যোধন হেন বুলিলা বচন।
প্ৰজাৰ আৰাৱ শুনিলেক বীৰ কৰ্ণ ॥ ২৫৯৫২
মনত বোলয় ধিক জীৱন আমাৰ।
মই বিদ্যমানে হেন অৱস্থা প্ৰজাৰ ॥
দশোদিশে ডাকে প্ৰজা ত্ৰাহি কৰ্ণ বুলি।
তাক শুনি মহাক্ৰোধে জ্বলিলা সমূলি ॥ ২৫৯৫৩
মই অতিৰথী বীৰ সংসাৰতে সাৰ।
ধিক ধিক আছো মোৰ বীৰত্ব কাতৰ ॥
এক শৰ নিবৰ্হিনি শকতি ইন্দ্ৰৰ।
তাক হানি বধো ঘটোৎকচ নিশাচৰ ॥ ২৫৯৫৪
ৰাক্ষসৰ হাতে যাবে আগে হওঁ ছাই।
টোণে শৰ থাকি কাৰ উৰুৱাইবো ছাই ॥
যাবে ৰাক্ষসৰ শৰে নমাৰে আমাক ॥
ঘোৰ শৰ হানি আগে নষ্ট কৰো তাক ॥ ২৫৯৫৫
এহি মনে আলোচিয়া সূৰ্য্যৰ নন্দন।
অমোঘ শক্তিক তুলি লৈল তেতিক্ষণ ॥
তেতিক্ষণে শৰ তুলি ধৰিলেক কৰ্ণে।
চতুৰ্দ্দশ ভুবন কম্পিল তেতিক্ষণে ॥ ২৫৯৫৬
ৰাক্ষসৰ মায়াবাণ সকলে লুকাইল।
স্বৰ্গ ছাৰি দেৱগণ দূৰত পলাইল ॥
প্ৰলয়ৰ বহ্নি যেন শৰৰ প্ৰকাশ।
দুস্সহ জ্বালায়ে ৰিয়াপিল দিশপাশ ॥ ২৫৯৫৭
প্ৰচণ্ড বতাহ বহে ভাগে তৰুবন।
উল্কা সঞ্চৰয় বজ্ৰ পৰে ঘনে ঘন ॥
উৰ্দ্ধমুখ কৰি শৰ প্ৰহাৰিলা বলে।
পৱনত অধিক প্ৰচণ্ড বেগে চলে ॥ ২৫৯৫৮
মায়া কৰি লুকাই আছে নক্ষত্ৰমণ্ডলে।
হৃদয়ত পৰিয়া পশিল হুলহুলে ॥
ৰথী ৰথ সাৰথি ঘোটক ধনুধ্বজ।
উপৰক লাগি উৰুৱাইল শৰজাল ॥ ২৫৯৫৯
আকাশত তাক উৰুৱাইলা নানা থান।
ঘোৰ আৰ্ত্তৰাৱ কৰি ছাৰিলেক প্ৰাণ ॥
নিচালে পৰিল কুৰু সেনাৰ উপৰে।
হয় হস্তী সেনাগণ মৰিল অপাৰে ॥ ২৫৯৬০
অসংখ্য ঘটোৎকচে বধিলেক কৰ্ণে।
আনন্দে দুন্দুভি বাদ্য কৰে কুৰুগণে ॥
দুৰ্য্যোধন ৰাজা আতি মহাৰঙ্গ মনে।
ৰাধেয়ৰ বাহু পূজা কৰিল তেখনে ॥ ২৫৯৬১
বীৰ ঘটোৎকচক বধিলা ঘোৰ ৰণে।
সিংহনাদে পৃথিৱী কম্পাইলা ঘনে ঘনে ॥
আনন্দে আশংসা কৰে কুৰুবীৰগণে।
পৰম বিষাদ ভৈলা পাণ্ডৱৰ মনে ॥ ২৫৯৬২
সুভদ্ৰা দ্ৰৌপদী কান্দে দুখ মনে আতি।
কুন্তীদেৱী কান্দে মোৰ বংশধৰ নাতি ॥
ভীমসেন কান্দন্ত মৰিল প্ৰিয় পুত্ৰ।
নকুল সহদেৱে শোক কৰন্ত বহুত ॥ ২৫৯৬৩
যুধিষ্ঠিৰ কান্দন্ত চক্ষুৰ পৰে নীৰ।
অৰ্জ্জুনে কান্দন্ত কিনো নিদাৰুণ বীৰ ॥
পাণ্ডৱে কান্দন্ত ৰঙ্গ কৰন্ত মাধৱে।
পাঞ্চজন্য বজায়া নাচন্ত ঠাৱে ঠাৱে ॥ ২৫৯৬৪
হেন দেখি প্ৰজাগণে কৰে গলাৰাৱ।
কিসক আনন্দ ৰৱ কৰন্ত মাধৱ ॥
হেন দেখি সখিত পুছন্ত ধনঞ্জয়।
আমাৰ বিপদ তুমি আনন্দ হৃদয় ॥ ২৫৯৬৫
সত্বৰে কহিয়ো সখি ইহাৰ কাৰণ।
অৱশ্যে আছয় জানো তোমাৰ বচন ॥
হেন জানি মাধৱে মাতন্ত মনে গুণি।
কহো সাৱশেষ মোৰ আনন্দ কাহিনী ॥ ২৫৯৬৬
যি কালত ৰাধাসুত ভৈল উতপন।
অভেদ্য কৱচ কৰ্ণ কুণ্ডল শোভন ॥
ইন্দ্ৰে মাগি লৈলা তাক তোমাৰ কাৰণে।
কৰ্ণক দিলেক এক শক্ৰ নিবাৰণে ॥ ২৫৯৬৭
ইন্দ্ৰৰ শকতি দিটো ঘোৰ অনিৰ্বাৰ।
মোক যদি মাৰে যোৰ নাহিকে নিস্তাৰ ॥

সেহি শৰ আছে মানে কৰ্ণৰ টোণত ।
জীৱা বুলি তোক মই নামানোঁ মনত ॥ ২৫৯৬৮
সেহি শৰে পৰিলেক হিড়িম্বীকুমাৰ ।
তোমাৰ নেচনি লই গৈল যমঘৰ ॥
আজিসে গুচিল চিন্তা মোহোৰ মনৰ ।
মাৰিয়ো কৰ্ণক আৰে নকৰিবা ডৰ ॥ ২৫৯৬৯
কৃষ্ণৰ বচন হেন শুনি পাণ্ডুগণে ।
পৰম আনন্দ ভৈল সবে বন্ধুজনে ॥
হিড়িম্বীপুত্ৰৰ শোক এৰিলেক মনে ।
আনন্দে দুন্দুভি বাৰে নাচে থানে থানে ॥ ২৫৯৭০
পাচে ৰাধাসুতে বসি গুণয় মনত ।
কি কাৰ্য্য কৰিলো মই শ্ৰুতি হুয়া হত ॥
অৰ্জ্জুন বধাৰ্থে শৰ বহিলোঁ একাল ।
সিংহক এৰিয়া যেন মাৰিলোঁ শিয়াল ॥ ২৫৯৭১
কাকক মাৰিলোঁ যেন সুবৰ্ণৰ কাণ্ড ।
অমৃত কলস এৰি লওঁ বিষভাণ্ড ॥
অৰ্জ্জুন বধাৰ্থে শৰ মিছাতে বহিলোঁ ।
অৰ্জ্জুন থাকিল ব্যৰ্থে ৰাক্ষস মাৰিলোঁ ॥ ২৫৯৭২
এতেকে জানিলোঁ দৈৱে বুদ্ধি ভৈল ভ্ৰংশ ।
অৰ্জ্জুনৰ হাতে পৰি মৰিবো সবংশ ॥
হেন অসন্তোষ মনে কৰ্ণ মহামতি ।
ঘটোৎকচ বধ এহিমানে সমাপতি ॥ ২৫৯৭৩
নমো নাৰায়ণ প্ৰভু অনাদি ঈশ্বৰ ।
জন্মে জন্মে হুইবো তযু চৰণ কিঙ্কৰ ॥
মই অধমক গতি কৰিয়ো চৰণে ।
প্ৰচাৰোক পদ মোৰ লোকত অবিঘ্নে ॥ ২৫৯৭৪
তযু চৰণত মোৰ নছাৰোক আশ ।
জন্মে জন্মে তোমাৰ দাসৰ হইবো দাস ॥
মই অধমক ৰক্ষা কৰিয়ো চৰণে ।
কায়মনোবাক্যে মই পশিলোঁ শৰণে ॥ ২৫৯৭৫
নজানোঁ ভকতি তুতি নতি যোগ ধ্যান ।
নাহি সদাচাৰ তপ জপ তীৰ্থ দান ॥
চিত্ত নাহিকে শুদ্ধি মুখে নাহি নাম ।
ৰাত্ৰি দিনে কৰিলেয়ো বিষয়ৰ কাম ॥ ২৫৯৭৬
ধন জন আশাতেসে ব্যৰ্থে দিন নিলোঁ ।
মহন্তৰ শিক্ষা যত সবে পাসৰিলোঁ ॥
হেন মই পাষণ্ড অধম মন্দমতি ।
তুমি বিনে আনে কোনে কৰিবেক গতি ॥ ২৫৯৭৭
পতিতপাৱন তুমি দুখিতৰ ধন ।
দিয়োক অভয় মই পশিলোঁ শৰণ ॥
দ্বিজ গোপীনাথে কহে শুন নৰনাৰী ।
ডাকি ৰামকৃষ্ণ বোলা পাপ যাউক ছাৰি ॥ ২৫৯৭৮

---

### দ্ৰোণৰ লগত যুদ্ধ আৰু দ্ৰুপদ ৰজাৰ মৃত্যু

ধৃতৰাষ্ট্ৰ নৃপতি পুছন্ত সঞ্জয়ত ।
যেবে ব্যৰ্থ শক্তি একশত্ৰু কৰি হত ॥
এতেকে সবাকে বেঢ়ি সূৰ্য্যৰ তনয় ।
কিসক সমৰে নবধিলা ধনঞ্জয় ॥ ২৫৯৭৯
যাৰ হস্তে হত যত কৌৰৱ সঞ্চয় ।
যাহাৰ নিমিত্তে হোৱে সমৰ বিজয় ॥
হেন অৰ্জ্জুনক সমৰক ডাকি আনি ।
নমাৰিলা কিসক ইন্দ্ৰৰ শক্তি হানি ॥ ২৫৯৮০
মোৰ পুত্ৰ দুৰ্য্যোধন পৰম অজ্ঞানী ।
কলহ উৎসুক অহঙ্কাৰী মহামানী ॥
অৰ্জ্জুনক বধিবাক নেদিলা সম্মত ।
ইন্দ্ৰৰ অমোঘ শক্তি আছন্ত কৰ্ণত ॥ ২৫৯৮১
এৰে সিটো তাক কৃষ্ণ ব্যৰ্থ কৰিলেক ।
কোঙাৰ অৰ্থক যেন বলি হৰিলেক ॥
কুকুৰ সহিতে যুদ্ধ কৰিয়া শূকৰ ।
যেই যাক মাৰে তাতে লাভ চণ্ডালৰ ॥ ২৫৯৮২
বাধেয়ক ৰাক্ষসে মাৰিল হস্তে যেৰে ।
পাণ্ডৱৰ মহালাভ হৈল হস্তে তেৰে ॥
ঘটোৎকচ বধে যেৱে শক্তি নষ্ট ভৈল ।
অৰ্জ্জুনৰ সিটো মৃত্যুদশা দূৰ গৈল ॥ ২৫৯৮৩
কৃষ্ণৰ বাঞ্ছিত সিদ্ধি উভয় প্ৰকাৰে ।
নজানয় তাক দুৰ্য্যোধন দুৰাচাৰে ॥

তুমিয়ো সঞ্জয় বুদ্ধি নেদিলা কৰ্ণক ।
শক্তিৰ প্ৰহাৰে বধিবাক অৰ্জ্জুনক ॥ ২৫৯৮৪
এবে সিটো শক্তি বাসৱৰ পাশে গৈল ।
এহি বুলি পাচে কুৰুপতি মৌন হৈল ॥
হেন শুনি নৃপতিত বদতি সঞ্জয় ।
বোলন্ত শুনিয়ো নৃপবৰ মহাশয় ॥ ২৫৯৮৫
দেৱৰো দেৱতা পৰমাত্মা যোগেশ্বৰ ।
যাৰ আজ্ঞা শিৰে ধৰে ব্ৰহ্মা বিষ্ণু হৰ ॥
সৃজন্ত পালন্ত সংহাৰন্ত চৰাচৰ ।
হেন হৰি আশ্ৰয় ভৈলন্ত পাণ্ডৱৰ ॥ ২৫৯৮৬
এতেকে আপুনি হোৱে সাৰথি ৰথৰ ।
অৰ্জ্জুনক ৰক্ষা কৰি ফুৰে দামোদৰ ॥
যাহাৰ সহায় হৰি ভৈলা ভগৱান ।
ত্ৰিভুৱনে আছে কৈত তাৰ অকল্যাণ ॥ ২৫৯৮৭
পূৰ্বে ব্যাস বিদুৰে বুলিলা হিত যত ।
ৰাজ্যলোভে তাক তুমি নলৈলা মনত ॥
পাঞ্চখানি গ্ৰাম খুজিলন্ত পাঞ্চ জনে ।
নেদিলা দুৰ্ম্মতি দুৰ্য্যোধনৰ বচনে ॥ ২৫৯৮৮
এবে অসন্তোষ কৰিবাৰ কোন ফল ।
শুনা যেন কথা কুৰুপতি মহাবল ॥
দুঃশাসন দুৰ্য্যোধন শকুনি সহিত ।
বোলো আমি ৰজনী কৰ্ণক প্ৰতিনিত ॥ ২৫৯৮৯
সবাকো এৰিয়া কালি কৰিয়া সমৰ ।
মাৰা অৰ্জ্জুনক হানি শকতি শক্ৰৰ ॥
মুহি এক শত্ৰু নিবাৰণ শক্তি ধৰি ।
মাধৱকে মাৰা অৰ্জ্জুনক পৰিহৰি ॥ ২৫৯৯০
এতেকে কৃষ্ণক কৰ্ণ মাৰা শীঘ্ৰ কৰি ।
কৃষ্ণ বধে অকন্টকা হইবে বসুন্ধৰী ॥
এহিমতে নিতে নিতে ৰাত্ৰি আলোচিয়া ।
একমতি হুয়া যাই সভা বিসৰ্জ্জিয়া ॥ ২৫৯৯১
যোগেশ্বৰ কৃষ্ণৰ মায়াৰে মোহমতি ।
কি কৰিব বাসৱৰ অমোঘ শকতি ॥
কি কৰিব কৰ্ণে কি কৰিব দুৰ্য্যোধনে ।
কি কৰিব দুঃশাসন তোমাৰ নন্দনে ॥ ২৫৯৯২

কি কৰিব শকুনি আপুনি দেখা গুণি ।
যাহাৰ মায়াত মোহ সুৰ সিদ্ধ মুনি ॥
কৃষ্ণে যাক মাৰন্ত ৰাখন্তা নাহি তাক ।
কৃষ্ণে ৰাখে তাক কোনে পাৰে বধিবাক ॥২৫৯৯৩
বানৰ কাটিলা কৃষ্ণে হাজাৰেক হাত ।
ত্ৰিজগত পতি হৰি ৰাখন্তে সাক্ষাত ॥
মুখ ভাঙ্গ খঙ্গে দেৱৰাজ পুৰন্দৰে ।
কৰিলন্ত ঘোৰ বৃষ্টি ব্ৰজৰ উপৰে ॥ ২৫৯৯৪
দেখি হৰি কৰে ধৰি গিৰি গোবৰ্দ্ধন ।
গোকুলৰ গোপ গোপী কৰিলা ৰক্ষণ ॥
এহি অৰ্জ্জুনক নৃপবৰ ভগদত্ত ।
নাৰায়ণ অস্ত্ৰ প্ৰহাৰিলা সমৰত ॥ ২৫৯৯৫
যাক সুৰাসুৰে নিবাৰন্ত নাহি কেৱ ।
তাক ব্যৰ্থ কৰিলন্ত প্ৰভু বাসুদেৱ ॥
ভকত বৎসল কৃষ্ণ জানিবা স্বভাৱে ।
সিটোজনে আশ্ৰয় কৰয় তান পাৱে ॥ ২৫৯৯৬
বলবন্ত কালচক্ৰে কি কৰিব তাক ।
জিনিলেক অনায়াসে দুৰ্জ্জয় মায়াক ॥
যিটো কথা নৃপবৰ আমাত পুছিলা ।
সাত্যকিত কৃষ্ণে তাক আপুনি কহিলা ॥ ২৫৯৯৭
ঘটোৎকচ বীৰ হত দেখি সমৰত ।
শিনি সিংহ যুযুধানে পুছিলা কৃষ্ণত ॥
এক শক্ৰ নিবাৰিণী আছন্তে কৰ্ণত ।
কিসক পাৰ্থক নবধিলে সমৰত ॥ ২৫৯৯৮
ইহাৰ কাৰণ কহিয়োক নাৰায়ণ ।
হেন শুনি অনন্তৰে ৰাজীৱলোচন ॥
বোলন্ত সাত্যকি শুনা ইহাৰ কাৰণ ।
সৈন্ধৱ শকুনি দুঃশাসন দুৰ্য্যোধন ॥ ২৫৯৯৯
সবে মিলি মাতি ৰাতি আনি ৰাধেয়ক ।
কৰ্ণক বোলয় শীঘ্ৰ মাৰা অৰ্জ্জুনক ॥
যাৰ হাতে হত পাণ্ডু পাঞ্চালসকল ।
দেৱসকলৰ যেন অগনিসে বল ॥ ২৬০০০
হেন শুনি কৰ্ণে কৰিলেক অঙ্গীকাৰ ।
বধিবো পাৰ্থক কৰি শকতি প্ৰহাৰ ॥

এহিমতে নিতে ৰাত্ৰি কৰে আলোচন।
যুদ্ধক আসিলে মই মোহ কৰো মন ॥ ২৬০০১
অৰ্জ্জুনৰ সম মোৰ প্ৰিয় নাহি আন।
নেদেখো পাৰ্থৰ তুল্য আপোনাৰ প্ৰাণ ॥
পিতৃ মাতৃ ভ্ৰাতৃ প্ৰাণী পুৰ নিৰন্তৰ।
নেদেখো তোমাক মই সম অৰ্জ্জুনৰ ॥ ২৬০০২
যাৱত অমোঘ শক্তি আছিল কৰ্ণত।
তাৱদেকে সুখ মোৰ নাছিল মনত ॥
নাহি নিদ্ৰা নয়নে ভোজনে সুখ নাই।
নপাওঁ উপায় চিন্তা সুগুচে সদায় ॥ ২৬০০৩
আজি হৈড়ম্বৰ বধে শক্তি নষ্ট হৈল।
লভিলো আনন্দ সিটো দুখ দুৰ গৈল ॥
মৃত্যুৰ মুখৰ হন্তে আইলা ধনঞ্জয়।
ৰাধাৰ নন্দন কৰ্ণ যাইব যমালয় ॥ ২৬০০৪
পাণ্ডৱে পাইবেক সসাগৰা বসুন্ধৰী।
হৈব পৰাজয় দুৰ্য্যোধন মন্দমতি ॥
এহি কথা কৃষ্ণে কহিলন্ত সাত্যকিত।
শুনা পাচকথা ৰাজা থিৰ কৰি চিত্ত ॥ ২৬০০৫
হৈড়ম্বৰ বধ দেখি ধৰ্ম্ম নৃপবৰ।
ভীমক বচন বুলিলন্ত অনন্তৰ ॥
আমাৰ সৈন্যক ভঙ্গাইলন্ত কুৰুগণ।
বাহুবলে ভীমসেন কৰা নিবাৰণ ॥ ২৬০০৬
হৈড়ম্বৰ শোকে মোৰ দহে কলেৱৰ।
এহি বুলি বসিলন্ত ৰথৰ উপৰ ॥
চক্ষুৰ লোতকে পুৰিলেক আখি মুখ।
কৰ্ণৰ বিক্ৰম দৰশনে মহাদুখ ॥ ২৬০০৭
ৰাজাৰ ব্যাকুল বৰ দেখি নাৰায়ণ।
সম্বোধিয়া তাঙ্ক হেন বুলিলা বচন ॥
নকৰিবা শোক ধৰ্ম্মৰাজা মহাশয়।
সামান্যৰ কৰ্ম্ম ইটো তোমাৰ নহয় ॥ ২৬০০৮
শত্ৰুগণ সংহাৰণ আছে মহাভাৰ।
তোমাৰ অসুখে জয় নাহিকে আমাৰ ॥
এতেকে সন্তাপ এৰি হোৱা সন্মুখ।
সমৰে উঠিয়া কৌৰৱক কৰা ৰণ ॥ ২৬০০৯

কৃষ্ণৰ বচন হেন শুনি যুধিষ্ঠিৰ।
দুই হাতে মুছি দুই নয়নৰ নীৰ ॥
গদ গদ বাক্যে বুলিলন্ত মাধৱক।
আপুনি সমস্তে জানা ধৰ্ম্ম অধৰ্ম্মক ॥ ২৬০১০
তথাপিতো কহো প্ৰভু আগত তোমাৰ।
যিটোজনে যাক কৰিবেক উপকাৰ ॥
তাক যদি পাচে সিটো নকৰে স্মৰণ।
ব্ৰহ্মহত্যা আদি পাপে পাৱে সিটোজন ॥ ২৬০১১
তথাপিতো কহো প্ৰভু আগত তোমাৰ।
ঘটোৎকচে পাচে হাতে লৈলা ধনুশৰ ॥
কাম্যবনে সুযতনে ৰাখিয়া আছিলা।
যাৱে ধনঞ্জয়ে অস্ত্ৰ শিখিয়া নাসিলা ॥ ২৬০১২
প্ৰয়াসিল দ্ৰৌপদী দুৰ্গম ঘোৰ বনে।
যাইবাক নোৱাৰি বসিলন্ত দুখমনে ॥
হেন দেখি ঘটোৎকচে কান্ধে তুলি লৈল।
গন্ধমাদনক পায়া পাচে তাঙ্ক থৈল ॥ ২৬০১৩
কৰিল দুষ্কৰ কৰ্ম্ম দুৰ্ঘোৰ সমৰে।
কুৰুগণ সমন্বিতে আমাৰ অন্তৰে ॥
যেনমত স্নেহ সহদেৱ সৌভদ্ৰত।
সেহিমতে দয়া মোৰ ঘটোৎকচত ॥ ২৬০১৪
হেন প্ৰিয়পুত্ৰ মোৰ গৈল যমলোক।
তাৰ শোকানলে কৃষ্ণ দাহ কৰে মোক ॥
তাহাৰ মৰণে দ্ৰোণ কৰ্ণ দুৰ্য্যোধন।
পৰম হৰিষে নাদ কৰে ঘনে ঘন ॥ ২৬০১৫
অৰ্জ্জুনৰ আগতে মাৰয় সেনাগণ।
ভাঙ্গিল কমল যেন প্ৰমত্ত বাৰণ ॥
সবাকে কদৰ্থি সব্যসাচীৰ আগত।
হৈড়ম্বক কৰ্ণে বধিলেক সমৰত ॥ ২৬০১৬
অভিমন্যু কুমাৰক কৰিলেক হত।
অন্যায় সমৰে ধনঞ্জয়ৰ পাচত ॥
পৰম উপায় দ্ৰোণে কৰ্ণত কহিল।
সিকাৰণে সবে মিলি সৌভদ্ৰে বধিল ॥ ২৬০১৭
তথাপি অৰ্জ্জুনে এৰি দ্ৰোণক কৰ্ণক।
দূৰদেশী অল্পবলী বধে সৈন্ধৱক ॥

এতেকে আপুনি আজি বধিবো কৰ্ণক।
বৃকোদৰে খেদি যাউক দ্ৰোণ আচাৰ্য্যক ॥২৬০১৮
এহি বুলি শোকে পাচে ধৰ্ম্ম নৃপবৰ।
কৰ্ণবধ মনে চলি গৈলন্ত সত্বৰ ॥
ফুকিলন্ত শঙ্খ কৰি ধনুৰ টঙ্কাৰ।
দেখি লাগ লৈলা আসি পাঞ্চাল অপাৰ ॥ ২৬০১৯
হেন দেখি কৃষ্ণে বুলিলন্ত অৰ্জ্জুনক।
ধৰ্ম্ম নৃপবৰে খেদি যান্ত ৰাধেয়ক ॥
অপেক্ষা কৰিতে নুহি আমাৰ উচিত।
এহি বুলি ঘোঁৰা খেদাই গৈলন্ত ত্বৰিত ॥ ২৬০২০
শোকে দহি মহাৰাজা ভৈলন্ত মোহিত।
দেখি ব্যাস ঋষি আসি আগে উপস্থিত ॥
বোলন্ত যুদ্ধক ৰাজা নযাইবা আপোনে।
সমৰত ৰাধেয়ক বধিবে ফাল্গুনে ॥ ২৬০২১
নকৰিবা ক্ৰোধ নকৰিবা অসন্তোষ।
বিচাৰত অৰ্জ্জুনত নাহি কিছু দোষ ॥
কৰ্ণত আছিল এক শক্তি নিবাৰণ।
সমাগম কৃষ্ণে নকৰিলা সি কাৰণ ॥ ২৬০২২
এৰে হৈড়ম্বৰ বধে শক্তি স্বৰ্গে গৈল।
ৰাধেয়ৰ মৃত্যু আসি উপস্থিত হৈল ॥
সংসাৰৰ ধৰ্ম্ম ইটো সংযোগ বিয়োগ।
হেন জানি কৰা ৰাজা যুদ্ধক উদ্যোগ ॥ ২৬০২৩
নিতে নিতে তই বাপ চিন্ত স্বধৰ্ম্মক।
পঞ্চম দিনত পাইবি সমস্তে ৰাজ্যক ॥
যাৰে ধৰ্ম্ম তাৰে জয় জানিবা নিশ্চয়।
অধৰ্ম্মী পুৰুষ অবিলম্বে নষ্ট হয় ॥ ২৬০২৪
এহি বুলি অন্তৰ্দ্ধান হৈল ব্যাসমুনি।
ৰহিলন্ত যুধিষ্ঠিৰ ৰাজা হেন শুনি ॥
অনন্তৰে হৈড়ম্বৰ শোকে বিপৰীত।
ক্ৰোধবশে নৃপবৰ চঞ্চল চৰিত্ৰ ॥ ২৬০২৫
বীৰ বৃকোদৰে কুৰুগণ নিবাৰিলা।
হেন দেখি ৰাজা ধৃষ্টদ্যুম্নক বুলিলা ॥
শুনা বীৰ ধৃষ্টদ্যুম্ন [illegible]
ভৰদ্বাজ বধ [illegible] ॥ ২৬০২৬

ধনু শৰ খড়্গ চৰ্ম্ম কৱচে সহিত।
উপজিল তান বধে যজ্ঞৰ বহ্নিত ॥
এতেকে ত্বৰিতে তাক কৰা নিবাৰণ।
লগে তোৰ চলো জন্মেজয় যশোধন ॥ ২৬০২৭
হেন শুনি ধৃষ্টদ্যুম্ন সমৰক গৈল।
দেখি মহাৰথীগণ খেদি লাগ লৈল ॥
সহদেৱ নকুল সাত্যকি মহাবীৰ।
দুৰ্ম্মুখ শিখণ্ডী পাঞ্চপুত্ৰ দ্ৰৌপদীৰ ॥ ২৬০২৮
দ্ৰুপদ নৃপতি মৎস্যৰাজা সৌভদ্ৰক।
ভ্ৰাতৃপুত্ৰে সমন্বিতে গৈলন্ত যুদ্ধক ॥
দেখি খেদি গৈল দুৰ্য্যোধন নৃপবৰ।
হয় হস্তী লগে লৈয়া সমস্তে সোদৰ ॥ ২৬০২৯
পাচে দুয়ো দলে সমে যুদ্ধ কৰে আতি।
অনন্তৰে গৈল যেৰে তিনিপৰ ৰাতি ॥
নিদ্ৰায় পীড়িল চক্ষু মেলিতে নপাৰে।
ভাগৰে পীড়িল চিত্ত ব্যাকুল সবাৰে ॥ ২৬০৩০
অস্ত্ৰ শস্ত্ৰ হাতৰ পৰয় খসি খসি।
লাজে নযাই উঠি বাহনতে থাকে বসি ॥
নিদ্ৰায়ে মোহিত হৰে কতো ৰথীচয়।
পৰবোধে আপোনাৰ মাৰে সেনাচয় ॥ ২৬০৩১
অন্ধকাৰে আতি ছন্ন কৰি দশোদিশ।
নপাৰে উঠিতে তাতে কৰে উসমিস ॥
কাক কোনে কৈত মাৰে তাৰো নাহি থিত।
ঘোৰ অন্ধকাৰ ৰাত্ৰি আতি বিপৰীত ॥ ২৬০৩২
মৰিল সমৰে অসংখ্যাত বীৰচয়।
হেন দেখি পাণ্ডুৰ তনয় ধনঞ্জয় ॥
সবাকে সম্বুধি হেন বুলিলা বচন।
শুনা শুনা সমস্তে পাণ্ডৱ কুৰুগণ ॥ ২৬০৩৩
নিদ্ৰায়ে পীড়িল ঘোৰ অন্ধকাৰ ৰাতি।
দুৰ্ঘোৰ সমৰে সবে শ্ৰান্ত হৈল আতি ॥
মুহূৰ্ত্তেক মানে সবে কৰিয়ো বিশ্ৰাম।
সমৰ ভূমিত নিদ্ৰা হৌক উপশাম ॥ ২৬০৩৪
হৌক চন্দ্ৰ উদয় গুচোক অন্ধকাৰ।
স্বচ্ছ হুয়া সমৰ কৰিবা [illegible] ॥

পৰম ধৰ্ম্মিষ্ঠ ধনঞ্জয়ৰ বচন।
শুনিয়া সন্তোষ মনে কুৰু পাণ্ডুগণ ॥ ২৬০৩৫
পাচে অৰ্জ্জুনক কৰিলেক আশীৰ্বাদ।
তোমাৰ কুশল হৌক গুচোক প্ৰমাদ ॥
তিনিয়ো লোকত নাহি তোমাৰ সমান।
জানা ধৰ্ম্ম অধৰ্ম্মক পুৰুষ প্ৰধান ॥ ২৬০৩৬
জানা বেদ বেদান্তক শাস্ত্ৰ সমস্তয়।
সমস্তে ভূতত দায়া তোমাৰ আছয় ॥
মহা পৰাক্ৰমী অস্ত্ৰ শস্ত্ৰত নিপুণ।
তোমাতেসে আছে জগতৰ যত গুণ ॥ ২৬০৩৭
এহিমতে বীৰগণে তুতি নতি কৰি।
কেহো ৰথে কেহো গজে কেহো বসুন্ধৰী ॥
মহানিদ্ৰা শ্ৰান্ত হুয়া গৈলা থানে থানে।
থাকিলেক অচেতনে দণ্ড দুই মানে ॥ ২৬০৩৮
খাণ্ডা বাৰু গদা শৰ ধনু শক্তি লই।
ৰণভূমি জুৰি ৰহিলেক নিদ্ৰা গই ॥
আত অনন্তৰে আসি সেহি সময়ত।
ইন্দ্ৰৰ দিশত চন্দ্ৰ হৈলন্ত বেকত ॥ ২৬০৩৯
আনন্দ কৰাইতে নব যুৱতীৰ চিত।
মদনৰ ধনু যেন হৈলন্ত বিদিত ॥
সহস্ৰ কিৰণে অন্ধকাৰ দূৰ কৰি।
গজসকলক যেন প্ৰমত্ত কেশৰী ॥ ২৬০৪০
মেদিনীমণ্ডল সবে হেন সুপ্ৰসন্ন।
হেন দেখি উঠিল সমস্তে বীৰগণ ॥
দশোদিশে কোলাহল বোল উথলিল।
পূৰ্ণিমা দিবসে যেন সাগৰ বাঢ়িল ॥ ২৬০৪১
সমৰক প্ৰতি সাজিলেক ৰথীচয়।
হেন দেখি দুৰ্য্যোধন তোমাৰ তনয় ॥
দ্ৰোণৰ নিকটে গৈয়া নমিলা চৰণ।
মনে মহাক্ৰোধ কৰি বুলিলা বচন ॥ ২৬০৪২
শুনা গুৰুদেব মই কৰোঁ নিবেদন।
সমৰত মহাশ্ৰান্ত ভৈল শত্ৰুগণ ॥
নিদ্ৰাকালে মাৰিবাক পাৰি নমাৰিলোঁ।
তোমাৰ পৰম প্ৰিয় গুৰুক সুধিলোঁ ॥ ২৬০৪৩
আমি বধিলেক তযু যশ হৈব হানি।
এতেকে অপেক্ষা কৰিলোঁ হো মহামানী ॥
হেন জানি সত্বৰে শত্ৰুক বধিয়োক।
তোমাৰ বিপুল যশ লোকৰ হুইবেক ॥ ২৬০৪৪
তুমি পাণ্ডৱক যুদ্ধে কৰা প্ৰতিপাল।
সিকাৰণে জীয়ন্তে আছন্ত চিৰকাল ॥
তোমাক কি সমান সমৰে পাণ্ডুগণ।
যদি নিৰপেক্ষ হুয়া তুমি কৰা ৰণ ॥ ২৬০৪৫
আছোক পাণ্ডৱগণ দেৱ দানৱক।
দিব্য অস্ত্ৰে দহিবাক পাৰা জগতক ॥
কিবা প্ৰিয়শিষ্য বুলি কৰা প্ৰতিপাল।
কিবা মোৰ ভৈল আসি মৰণৰ কাল ॥ ২৬০৪৬
ইহাৰ কাৰণ মই নজানো নিশ্চয়।
ধৃতৰাষ্ট্ৰ নৃপতিত বদতি সঞ্জয় ॥
ৰাজাৰ বচন হেন শুনি দ্বিজবৰ।
কোপমনে কতোক্ষণে দিলন্ত উত্তৰ ॥ ২৬০৪৭
যুৱক কালত বল আছিল গাৱত।
নাহি পৰাক্ৰম এবে বৃদ্ধ বয়সত ॥
তথাপিতো তোমাৰ কাৰণে মহীপাল।
অস্ত্ৰবলে সংহাৰিবো সোমক পাঞ্চাল ॥ ২৬০৪৮
কিন্তু যোদ্ধাগণ যদি অস্ত্ৰবেত্তা নুই।
তাৰ বধে আপোনাৰ তেজ নষ্ট হয় ॥
তোৰ অৰ্থে অধৰ্ম্মক কৰিবো অৱশ্য।
পাঞ্চালক মাৰি নিশি এৰিবো কৱচ ॥ ২৬০৪৯
অৰ্জ্জুন হৈলন্ত শ্ৰান্ত কহিলা নাজানি।
তাহাৰ বীৰ্য্যৰ কহো স্বৰূপ কাহিনী ॥
সুৰাসুৰ যক্ষৰক্ষ আছয় যতেক।
ক্ৰোধাবিষ্ট অৰ্জ্জুনক কোনে যুজিবেক ॥ ২৬০৫০
বাসৱৰ প্ৰিয় বন আছিলা খাণ্ডৱ।
অগ্নিক দিলন্ত দান মধ্যম পাণ্ডৱ ॥
শুনি খেদি আসিলন্ত দেৱ পুৰন্দৰ।
অৰ্জ্জুন সহিতে ক্ৰোধে কৰিলা সমৰ ॥ ২৬০৫১
অস্ত্ৰবলে তাঙ্কো কৰিলন্ত নিবাৰণ।
কুতুহলে অগ্নি দহিলেক সিটো বন ॥

যক্ষ ৰক্ষ নাগ দৈত্য যতেক আছিল।
নৰ ব্যাঘ্র ধনঞ্জয়ে সবাকো মাৰিল ॥ ২৬০৫২
গন্ধৰ্ব্বৰ পতি ঘোষযাত্রা সময়ত।
লই যাই তোমাক বান্ধি বলৰ দৰ্পত ॥
পাচে কুন্তীসুত সব্যসাচী লাগ পাই।
গন্ধৰ্ব ৰাজাক জিনি আনিলা মেলাই ॥ ২৬০৫৩
দশ দিগপাল দেৱৰাজ সমন্বিতে।
সমুখ সমৰে যাত ভৈল পৰাজিতে ॥
কালকেয় নিপাতকবচ বোলে যাক।
একেশ্বৰে ধনঞ্জয় বধিলেক তাক ॥ ২৬০৫৪
নভৈল প্ৰয়াস অৰ্জ্জুনৰ সিকালত।
আজি ধনঞ্জয় শ্ৰান্ত ভৈল কেন মত ॥
ক্ষুদ্ৰ ক্ষত্ৰী বধে কোন শ্ৰম অৰ্জ্জুনৰ।
মৃগ সংহাৰণে নাহি প্ৰয়াস সিংহৰ ॥ ২৬০৫৫
জিনিছে অৰ্জ্জুনে নিদ্ৰা জিনিছে ভাগৰ।
এহি বুলি মৌনে ৰহিলন্ত দ্বিজবৰ ॥
তাহান বচন হেন শুনি নৃপবৰ।
অনন্তৰে ক্ৰোধে হেন দিলন্ত উত্তৰ ॥ ২৬০৫৬
ৰাত্রি দিনে পাণ্ডৱৰ বখানাহা গুণ।
ত্ৰিভুৱনে এক বীৰ অৰ্জ্জুন অৰ্জ্জুন ॥
তাক যুজিবাক গুৰু নলাগে তোমাৰ।
কৰ্ণ দুঃশাসন মই মাতুল আমাৰ ॥ ২৬০৫৭
এহি চাৰি জনে ৰণে কৰিবো সংহাৰ।
সৰ্বকালে গুৰু গুণ বখানাহা তাৰ ॥
হেন শুনি গুৰু দ্ৰোণে দিলা সন্নিধান।
জানো মই বল বীৰ্য্য যাৰ যতমান ॥ ২৬০৫৮
নকৈবি আমাৰ আগে আৰ দুৰ্য্যোধন।
তই তোৰ মাতুল শকুনি দুঃশাসন ॥
সুতপুত্ৰ কৰ্ণ সমন্বিতে চাৰিজনে।
গুড়াকেশ অৰ্জ্জুনক জিনি ঘোৰ ৰণে ॥ ২৬০৫৯
মাধৱৰ বিদ্যমানে বধিবাক চাস।
ইটো কথা শুনি মোৰ উপজিল হাস ॥
যক্ষ ৰক্ষ দানৱ মানৱ দেৱগণ।
যদি একহুয়া অৰ্জ্জুনক কৰে ৰণ ॥ ২৬০৬০

তথাপিতো একেশ্বৰে সবাকো সমৰে।
বধিবেক একদেৱ শঙ্কৰত পৰে ॥
হেন অৰ্জ্জুনক মূঢ় মাৰিবে চলস।
ঘৃত ঢালি অগনিক মুমাইবে খোজস ॥ ২৬০৬১
মহা মন্দমতি তই পৰম কুটিল।
দেৱ দ্বিজ দ্বেষী ধৰ্ম্মহীন পাপশীল ॥
সুহৃদ সোদৰ গুৰু গৌৰৱত জন।
কাহাকো বিশ্বাস তোৰ নাহি দুৰ্য্যোধন ॥ ২৬০৬২
পূৰ্বে ব্যাস নাৰদে দিলন্ত তোক হাক।
বলৱন্ত পাণ্ডৱ সহিতে যুজিবাক ॥
তথাপিতো তই তাক কাণে নুশুনিলি।
কৰ্ণ শকুনিৰ বোলে যুদ্ধ প্ৰৱৰ্ত্তিলি ॥ ২৬০৬৩
এবে তাসম্বাক লৈয়া পাণ্ডৱক যুজ।
অৰ্জ্জুনৰ গাণ্ডীৱ ধনুৰ বল বুজ ॥
দুষ্ট দুঃশাসন কৰ্ণ শকুনি সহিতে।
কহিছা পূৰ্বত ধৃতৰাষ্ট্ৰ নৃপতিতে ॥ ২৬০৬৪
আমি চাৰিজনে মাৰিবোহো পাণ্ডৱক।
এবে সিটো বাক্য সত্য নকৰা কিসক ॥
অকাৰণে কেনে যুজি মৰে ক্ষত্ৰীগণ।
থাকন্তে শকুনি তই কৰ্ণ দুঃশাসন ॥ ২৬০৬৫
যাক নানা কদৰ্থনা কৰিলি পূৰ্বত।
সিটো শত্ৰু আসি এবে আগে উপগত ॥
কিসক অপেক্ষা কৰি আছা আসম্বাক।
প্ৰতিজ্ঞা সাফলি কেনে নমাৰস তাক ॥ ২৬০৬৬
আপোনাৰ বাহুবল ক্ষত্ৰিয়ৰ ধৰ্ম্মে।
কিসক শত্ৰুক নমাৰস নিজকৰ্ম্মে ॥
এহি বুলি গুৰু দ্ৰোণে ভৰ্ৎসিয়া ৰাজাক।
ৰথে চৰি দৰ দৰি গৈলা যুজিবাক ॥ ২৬০৬৭
আপোনাৰ সেনাক কৰিয়া দুই ভাগ।
মধ্য কৰি পাণ্ডৱক ক্ৰোধে ধৰি লাগ ॥
মাৰিবে লাগিলা পাচে পঞ্চাল সঞ্জয়।
সেহিবেলা হৈল আসি অৰুণ উদয় ॥ ২৬০৬৮
পূৰ্ব দিশে সূৰ্য্য আসি কিঞ্চিত উদিত।
সুবৰ্ণৰ বৰ্ণ দেখিবাক অলোহিত ॥

ৰজনীৰ অৱশেষে প্ৰৱেশিল দিন।
কৰিলন্ত দিবাকৰে চন্দ্ৰক মলিন ॥ ২৬০৬৯
কোপে উঠা সমস্ত বীৰ ভীমসেন।
সম্বোধিয়া অৰ্জ্জুনক বুলিলন্ত হেন ॥
দ্ৰোণ কৰ্ণ দুঃশাসন দুষ্ট দুৰ্য্যোধন।
দেখা খেদি আসে সবে কুৰু বীৰগণ ॥ ২৬০৭০
হেন জানি হেলা এৰি কৰা ঘোৰ ৰণ।
কৰা সংহাৰণ হৌক যশ বিবৰ্দ্ধন ॥
খণ্ডোক দুৰ্গতি দুখ ধৰ্ম্ম নৃপতিৰ।
মিলোক আনন্দ যাজ্ঞসেনী দ্ৰৌপদীৰ ॥ ২৬০৭১
যি কাৰণে ক্ষত্ৰিয়ৰ জন্ম পৃথিৱীত।
সেহিকালে আসি এবে হৈল উপস্থিত ॥
এতেকে সত্বৰে সবে মাৰা বীৰগণ।
শুনি সব্যসাচী হেন ভীমৰ বচন ॥ ২৬০৭২
ধনুৰ্গুণ টানি আনি কৰিলা টঙ্কাৰ।
শবদে পূৰিলা সাতো স্বৰ্গৰ দুৱাৰ ॥
খেদি গৈলা ক্ৰোধে খেদাই তুৰঙ্গ উত্তম।
দ্ৰোণক কৰ্ণক কৰিলন্ত অতিক্ৰম ॥ ২৬০৭৩
বস্ত্ৰে বান্ধি অগ্নি যেন ৰাখিতে নপাৰি।
সেহিমতে গৈলা ধনঞ্জয় কাটি মাৰি ॥
মহাৰথীগণে নোৱাৰিলে ৰাখিবাক।
কৰিলা উত্তৰ ভাগ কদৰ্থি সবাক ॥ ২৬০৭৪
একো একো বীৰক তাৰিল দশ শৰ।
বাণঘাৱে কৌৰব বিকল নিৰন্তৰ ॥
অসংখ্যাত হয় হস্তী মনুষ্য মাৰিল।
ভয়ঙ্কৰ নদী এক শোণিতে বহিল ॥ ২৬০৭৫
ঘোৰ শৰবৃষ্টি দশোদিশ অন্ধকাৰ।
নপাৱে উদিশ ঠাই নাহি পলাইবাৰ ॥
দেখি অৰ্জ্জুনক খেদি যান্ত ভৰদ্বাজ।
তাহান সমুখ পাচে ভৈল মৎস্যৰাজ ॥ ২৬০৭৬
দ্ৰুপদৰ নাতি ধৃষ্টদ্যুম্নৰ নন্দন।
বিৰাটৰ লগতে গৈলন্ত তিনি জন ॥
দ্ৰুপদ কৈকেয় দুয়ো ৰাজা ৰথে চৰি।
দ্ৰোণ আচাৰ্য্যক খেদি গৈল দৰ দৰি ॥ ২৬০৭৭
তাসম্বাক খেদি দ্ৰোণে শনাইত শৰে।
সবাৰো শৰীৰ ভেদিলেক নিৰন্তৰে ॥
দাৰুণ প্ৰহাৰে পাচে দ্ৰুপদৰ নাতি।
অসংখ্যাত বাণ বৰিষিলা ক্ৰোধে আতি ॥ ২৬০৭৮
ৰথধ্বজ সাৰথি ভেদিল কলেৱৰ।
তাসম্বাৰ লাঘৱ দেখিয়া দ্বিজবৰ ॥
শনাইত তিনি শৰে তিনিকো বধিলা।
দেখিয়া দ্ৰুপদ ৰাজা ক্ৰোধত জ্বলিলা ॥ ২৬০৭৯
মৎস্য সমন্বিতে দুয়ো প্ৰহাৰিলা শৰ।
ভেদিলেক কলেৱৰ দ্ৰোণ আচাৰ্য্যৰ ॥
দাৰুণ প্ৰহাৰে দ্ৰোণ ক্ষত্ৰিয় মৰ্দ্দন।
কোপমনে অসংখ্যাত মাৰিলা মাৰ্দ্দন ॥ ২৬০৮০
দ্ৰুপদে বিৰাটে তাক পথতে কাটিল।
পাচে দ্ৰোণ আচাৰ্য্যৰ হৃদয় ভেদিল ॥
বিপৰীত বাণঘাৱে ক্ৰোধে কাম্পে তনু।
ভয়ঙ্কৰ ভল্লে দুইৰো ভেদিলন্ত ধনু ॥ ২৬০৮১
দেখিয়া তোমৰ দশ হানিলা বিৰাটে।
দশ শৰে গুৰুদ্ৰোণে কাটিলন্ত বাটে ॥
দ্ৰুপদে হানিল শক্তি আতি বিপৰীত।
কনক ৰতন মণি বৈদূৰ্য্যে পূৰিত ॥ ২৬০৮২
বিধূম অগনি যেন গগন ব্যাপিল।
তীক্ষ্ণতৰ তিনিবাণে তাহাক কাটিল ॥
পুনৰপি গুৰুদ্ৰোণে কাটি ধনুখান।
ভল্লে হৰিলন্ত দুয়ো নৃপতিৰ প্ৰাণ ॥ ২৬০৮৩
ৰথহন্তে দুয়ো ৰাজা ভূমিত পৰিল।
অনন্তৰে কৈকেয়ক আচাৰ্য্যে বধিল ॥
আন অসংখ্যাত বীৰ সমৰে মৰিল।
হত শেষ সেনাগণ পলাইবে লাগিল ॥ ২৬০৮৪

---

দ্ৰোণবধ পৰ্ব্বে [illegible]
[illegible]
সঞ্জয় বদতি [illegible] নৃপতি
কথা [illegible] ॥

দ্ৰুপদ নন্দন হৈলন্ত বিমন
কৰ্ম্ম দেখি আচাৰ্য্যৰে ॥
পিতৃৰ পুত্ৰৰ বান্ধৱ বন্ধুৰ
শোকানলে দহে তনু ।
সবাৰে আগত কৰিল শপত
ক্ৰোধে ধৰি দিব্য ধনু ॥ ২৬০৮৫
আজি সমৰত কৰিবোহো হত
অধম দ্বিজ দ্ৰোণক ।
স্বৰূপত কহো যদি নমাৰোহো
নযাইবো তেবে স্বৰ্গক ॥
যত তীৰ্থ ব্ৰত কৰিছো পূৰ্ব্বত
সকলে হৈব বিফল ।
এতেক বুলিয়া সবাকে শুনায়া
পশিল দ্ৰোণৰ দল ॥ ২৬০৮৬
দেখি দুৰ্য্যোধন কৰ্ণ দুঃশাসন
শকুনিক সঙ্গে লই ।
আথ বেথ কৰি কৰে ধনু ধৰি
দ্ৰোণক ৰাখিলা গই ॥
মহাৰথীগণ কৰিয়া যতন
দ্ৰোণক শৰে ৰাখিল ।
তাসম্বাৰ গুণে বীৰ ধৃষ্টদ্যুম্নে
চাহিবাক নোৱাৰিল ॥ ২৬০৮৭
দেখি ভীমসেন শেন পক্ষী যেন
গৈলন্ত ডাকি ৰথক ।
মহাকোপমনে নিষ্ঠুৰ বচনে
তাৰিলা ধৃষ্টদ্যুম্নক ॥
দুয়ো মহাবীৰ যুৱত শৰীৰ
অস্ত্ৰত বৰ নিপুণ ।
ইন্দ্ৰ যেন বলে আছয় সকলে
ক্ষত্ৰিয়ৰ যত গুণ ॥ ২৬০৮৮
যজ্ঞৰ বহ্নিত শাস্ত্ৰ সমন্বিত
উপজিলা ধনুৰ্দ্ধৰ ।
শত্ৰুক সমৰে কিসক সম্প্ৰতি
নমাৰা [illegible] ॥

পিতৃক পুত্ৰক মিত্ৰ সুহৃদক
আগতে দ্ৰোণে বধিলা ।
তাক মাৰিবাক শুনাই সবাক
তুমিয়ো সত্য কৰিলা ॥ ২৬০৮৯
এৰি সিটো কক্ষা কিসক অপেক্ষা
কৰিয়াছা ব্ৰাহ্মণক ।
জানিলোঁ নিশ্চয় তোমাৰ হৃদয়
ভয় আছে মাৰিবাক ॥
ক্ষত্ৰিয়ৰ ধৰ্ম্ম মুহি ইটো কৰ্ম্ম
সামান্যো নছাৰে আক ।
কিঞ্চিতেকো শঙ্কা নাহিকে তোমাৰ
নীচজনে নিন্দিবাক ॥ ২৬০৯০
ইটো মন্দমতি দ্ৰোণ সেনাপতি
সংহৰয় সেনাগণ ।
যেন হুতাশন কৰয়ে দহন
গহন শুকান বন ॥
তাক নিবাৰণ কৰি কুৰুগণ
ক্ৰন্দন কৰো সম্বৰে ।
মোৰ বাহুবল দেখোক সকল
মহাৰথী নিৰন্তৰে ॥ ২৬০৯১
এহি বুলি কোপে পৰম আটোপে
বীৰবৰ বৃকোদৰ ।
দ্ৰোণ আচাৰ্য্যৰ সেনাৰ ভিতৰ
পশিলা গৈয়া সত্বৰ ॥
ভীমৰ চৰণে দ্ৰোণবধ মনে
ধৃষ্টদ্যুম্নে খেদি গৈলা ।
আত অনন্তৰে উভয় দলৰে
তুমুল সমৰ ভৈলা ॥ ২৬০৯২
উদিত ভাস্কৰ কুৰু পাণ্ডৱৰ
ঘোৰ যুদ্ধ ভৈল যেন ।
কদাচিতো পূৰ্ব্বে নেদেখি শুনানি
নহৈবেক পাচে হেন ॥
ঘোঁৰাৰ হ্ৰেষনি ৰথচক্ৰ ধ্বনি
গৰ্জ্জয় হস্তীসকল ।

বীৰ সমস্তৰ নাদ ভয়ঙ্কৰ
বজায়ে শঙ্খ তৰল ॥ ২৬০৯৩
ধনুৰ টঙ্কাৰ ঘণ্টাৰ আস্ফাল
পদাতি সৈন্যৰ ৰোল।
নানা বাদ্য ভাণ্ড বদন প্ৰচণ্ড
লঙ্ঘিল স্বৰ্গৰ কোল ॥
ঘোঁৰাৰ খুৰাৰ লাগিয়া প্ৰহাৰ
উঠিলা ধূলা অপাৰ।
ৰবিৰ কিৰণ ঢাকিল গগন
হৈল মহা অন্ধকাৰ ॥ ২৬০৯৪
যাক যৈতে পাৰে তাক তৈতে মাৰে
নিচিনি আপোন পৰ।
ক্ষণেক অন্তৰ নদী শোণিতৰ
হৈল মহা ভয়ঙ্কৰ ॥
দণ্ড ছত্ৰচয় তাহাতে উঠয়
গজবাজী গৈল তল।
পৰম দুৰ্বাৰ বহি যায় ধাৰ
অগাধ শোণিত জল ॥ ২৬০৯৫
অনেক ৰাক্ষসী ভূত প্ৰেত আসি
আনন্দে ৰুধিৰ পিল।
মৃতক শৰক ধৰি উপৰক
নাচে কৰি কিল কিল ॥
হতশেষ হয় হস্তী ৰথীচয়
অপৰ পদাতিগণ।
ৰুধিৰে আবৃত শোভয় তহিত
যেন পাৰিজাত বন ॥ ২৬০৯৬
পাচে দুৰ্য্যোধন কৰ্ণ দুঃশাসন
ভৰদ্বাজ সমন্বিতে।
এহি চাৰি বীৰে চাৰি পাণ্ডৱক
খেদিয়া গৈলা ত্বৰিতে ॥
দুঃশাসন সহ দেৱৰ সমুখে
দুৰ্য্যোধনে নকুলক।
ৰাধাৰ নন্দনে দুৰ্জ্জয় ভীমক
গুৰু দ্ৰোণে অৰ্জ্জুনক ॥ ২৬০৯৭
ধনুৰ টঙ্কাৰ কৰি ধাৰধাৰ
ক্ৰোধমনে খেদি গৈলা।
শৰত কালৰ যেন জলধৰ
একত্ৰ হুয়াসে হৈলা ॥
দেখি চাৰি বীৰ যেহেন শৰীৰ
খেদি গৈয়া অনন্তৰ।
তীখাল চোখাল বিশাল সায়ক
ভেদিলেক কলেবৰ ॥ ২৬০৯৮
সবে মহাবল যুগলে যুগল
কৰয় ঘোৰ সমৰ।
কৃষ্ণ পাদপদ্ম শিৰোগত কৰি
কহে দীন দামোদৰ ॥
সভাসদ লোক কৃপা কৰা মোক
বোলো কৰযোৰ কৰি।
নিন্দা পৰিহৰি সবে মুখ ভৰি
ডাকি বোলা হৰি হৰি ॥ ২৬০৯৯

---

অশ্বত্থামা নামে হাতী ভীমৰ হাতত নিহত

পদ

সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
যেন যুদ্ধ ভৈল দুৰ্য্যোধন নকুলৰ ॥
খেদি আসে দুৰ্য্যোধনে দেখি মাদ্ৰীসুতে।
সূৰ্য্য যেন শুক্ল ৰথখান ডাকি দ্ৰুতে ॥ ২৬১০০
আপোনাৰ বামভাগ কৰিলা ৰাজাক।
দেখি কুৰু নৃপবৰে নসহিল তাক ॥
নকুলৰ বামভাগ কৰিবাক মনে।
অনেক যতন কৰিলেক দুৰ্য্যোধনে ॥ ২৬১০১
চিত্ৰযোধি নকুলে জানন্ত ৰথগতি।
বাম কৰিবাক তাক নভৈলা শকতি ॥
ঘোৰ বনবাস স্মৰি আতি দুখ মন।
কুৰু নৃপতিক প্ৰহাৰিলা বাণগণ ॥ ২৬১০২
নকুলৰ শৰঘাতে পাছে নৃপবৰ।
ৰণভূমি হন্তে পলাই [illegible] ॥

হেন দেখি নকুলে কাৰ্ম্মুক কৰে তুলি ।
পাচে পাচে খেদি যান্ত বহ বহ বুলি ॥ ২৬১০৩
খেদি ফুৰি মাদ্ৰীসুতে পাচে নিবৰ্ত্তিল ।
দেখি মহাৰথীগণে প্ৰশংসা কৰিল ॥
অনন্তৰে দুঃশাসন তোমাৰ নন্দনে ।
সহদেৱ বীৰক খেদিয়া গৈল ৰণে ॥ ২৬১০৪
পৃথিৱী কম্পায়া যাই বায়ুবেগে ৰথে ।
হেন দেখি সহদেৱে হানি ভল্ল পথে ॥
শিৰস্ত্ৰাণ* খান দেখি সাৰথিৰ শিৰ । *পাগুৰি
কাটিলা সত্বৰে সহদেৱ মহাবীৰ ॥ ২৬১০৫
নিয়মক ব্যতিৰেকে দিব্য চাৰি হয় ।
সংগ্ৰাম ধৰণী মধ্যে স্বচ্ছন্দে ভ্ৰময় ॥
কতোক্ষণে অনন্তৰে সাৰথি পৰিল ।
দেখি দুঃশাসনে ৰাঘজৰীত ধৰিল ॥ ২৬১০৬
ক্ৰোধিল মনত জানি সাৰথিৰ হত ।
ধৰি বাঘজৰী সহদেৱৰ আগত ॥
ৰাখি ৰথখান ধনু টানি কৰ্ণমান ।
অসংখ্যাত দিব্যবাণ কৰিলা সন্ধান ॥ ২৬১০৭
তোমাৰ পুত্ৰৰ শৰ দেখি সহদেৱ ।
অলক্ষিতে কাটিলেক নলক্ষিল কেৱ ॥
কতো জৰী এৰি দুঃশাসনে হানে বাণ ।
কতো যুদ্ধ এৰি সম কৰে ৰথখান ॥ ২৬১০৮
ৰথী সাৰথিৰ কৰ্ম্ম কৰে একেশ্বৰ ।
দেখি প্ৰশংসিল মহাৰথী নিৰন্তৰ ॥
পাচে কিছু ছিদ্ৰ পাই পাণ্ডুৰ কুমাৰ ।
ঘোঁৰাসকলক শৰ কৰিলা প্ৰহাৰ ॥ ২৬১০৯
চোট পায়া কম্পিল ৰথৰ চাৰি হয় ।
হেন দেখি বৈকৰ্ত্তন ৰাজাৰ তনয় ॥
ৰাখিবাৰ অভিলাষে তোমাৰ পুত্ৰক ।
শৰ বৰিষন্তে খেদি গৈল পাণ্ডৱক ॥ ২৬১১০
দেখি বৃকোদৰে প্ৰহাৰিলা তিনি ভল্ল ।
ভেদিলা কৰ্ণৰ দুই বাহু বক্ষস্থল ॥
শৰ পায়া কৰ্ণে সহদেৱক এৰিয়া ।
মহাক্ৰোধে গৈল ভীমসেনক খেদিয়া ॥ ২৬১১১
বাণগণ বৰিষিয়া গগন ঢাকিল ।
অনন্তৰে দুইৰো ঘোৰ সমৰ লাগিল ॥
ময়মত্ত বৃষে যেন নাদে ঘনে ঘন ।
ক্ৰোধত কাম্পয় তনু ৰক্তয়ে লোচন ॥ ২৬১১২
দুইহান্তৰ শৰবৃষ্টি গগন ঢাকিল ।
পাচে দুইৰো বাণগণ দুহান্তে কাটিল ॥
গুৰুতৰ গদা পাচে ধৰি বৃকোদৰ ।
কোবাই ভাঙ্গিলা ৰথ কৌৰৱ কৰ্ণৰ ॥ ২৬১১৩
মাৰিলেক কোব কৰ্ণে গদায়ে গদাত ।
হৈল মহাশব্দ যেন বজ্ৰে বজ্ৰপাত ॥
অনন্তৰে গদা ধৰি দুহান্তো গৰ্জ্জয় ।
ছিদ্ৰ চাই দুইকো দুয়ো প্ৰহাৰ কৰয় ॥ ২৬১১৪
শ্ৰম কৰি এৰাই কতো পৰে শৰীৰত ।
অগ্নিৰ স্ফুলিঙ্গগণ উঠয় কোবত ॥
অন্ধকাৰ ৰাত্ৰি যেন বাৰিষা কালত ।
প্ৰকাশে খদ্যোতগণ উচ্ছ্ৰিত গছত ॥ ২৬১১৫
সেহিমতে শোভা কৰে দুইৰো কলেৱৰ ।
এহিমতে কতো বেলি কৰন্ত সমৰ ॥
ভীমে ভয়ঙ্কৰ গদা প্ৰহাৰিলা বলে ।
পৱন সঞ্চাৰে চলে গগনমণ্ডলে ॥ ২৬১১৬
দেখি কৰ্ণে গদা এৰি ধৰে ধনুখান ।
প্ৰহাৰিলা স্বৰ্ণপুংখিয়া দিব্যবাণ ॥
ভীমৰ গদাক গৈয়া আকাশত পাইল ।
কৃষ্ণ চক্ৰে যেন হুতাশনক ফিৰাইল ॥ ২৬১১৭
সেহিমতে গদাক ফিৰাই দিব্য শৰে ।
পেলাইলেক পাণ্ডৱৰ ধ্বজৰ উপৰে ॥
নিজ গদা পৰি ধ্বজ ভাঙ্গিল ভীমৰ ।
বিশোক সাৰথি দুখ লভিলা বিস্তৰ ॥ ২৬১১৮
ধ্বজ দণ্ড ভঙ্গে বীৰবৰ বৃকোদৰ ।
শৰাসন কোবাই ভাঙ্গিলা ৰাধেয়ৰ ॥
ভৈলন্ত বিমন বৰ কৰ্ণ বৈকৰ্ত্তন ।
দেখি মহামোহ লভিলেক বীৰগণ ॥ ২৬১১৯
দিব্যৰথে চৰি দ্ৰোণ সেহি সময়ত ।
অৰ্জ্জুনক খেদিয়া গৈলন্ত সমৰত ॥

আসন্ত আচাৰ্য্য খেদি দেখি ধনঞ্জয় ।
আগবাঢ়ি গৈলা খেদাই দেৱদত্ত হয় ॥ ২৬১২০
হৈল মহাযুদ্ধ পাচে গুৰুৰ শিষ্যৰ।
দেখিয়া বিস্ময় সুৰাসুৰ মনুষ্যৰ ॥
যুঁজে দুই শেন যেন মাংসৰ কাৰণে ।
দ্ৰোণ অৰ্জ্জুনৰ সেহিমত হৈল ৰণে ॥ ২৬১২১
দ্ৰোণে দিব্য অস্ত্ৰ প্ৰহাৰন্ত যত যত ।
হাসি হাসি ধনঞ্জয় কাটন্ত সমস্ত ॥
হেন দেখি ক্ৰোধমনে পাচে দ্বিজবৰ ।
প্ৰহাৰিলা পাণ্ডৱক বাসৱৰ শৰ ॥ ২৬১২২
ইন্দ্ৰ অস্ত্ৰ হানি তাক কিৰীটি কাটিলা ।
দেখিয়া আচাৰ্য্যে বায়ুবাণ প্ৰহাৰিলা ॥
মাৰুতৰ অস্ত্ৰে তাক ছেদিলা অৰ্জ্জুনে ।
দেখি বৰুণৰ বাণ প্ৰহাৰিলা দ্ৰোণে ॥ ২৬১২৩
জলেশ্বৰ অস্ত্ৰে সব্যসাচী নিবাৰিলা ।
পাচে দ্ৰোণে মাৰ্ত্তণ্ডৰ শৰ প্ৰহাৰিলা ॥
তাকো কাটিলন্ত শৰ হানিয়া সূৰ্য্যৰ ।
দেখি দ্ৰোণে পাশুপত ধৰি অনন্তৰ ॥ ২৬১২৪
আকৰ্ণ পূৰিয়া মন্ত্ৰ পঢ়ি প্ৰহাৰিলা ।
মহেশ্বৰ শৰে ধনঞ্জয় নিবাৰিলা ॥
হেন দেখি দ্ৰোণে বৰ আনন্দ লভিলা ।
পাণ্ডুপুত্ৰ অৰ্জ্জুনক মনত পূজিলা ॥ ২৬১২৫
আপোনাক শ্ৰেষ্ঠ মানিলন্ত আতিশয় ।
যি হেতু মোহোৰ শিষ্য ত্ৰৈলোক্য বিজয় ॥
ধন্য ধন্য দ্ৰোণ মই মানিলা মনত ।
বজাইলা দুন্দুভি দেৱগণে গগনত ॥ ২৬১২৬
অনন্তৰে সিদ্ধ মুনি গন্ধৰ্ব কিন্নৰ ।
যক্ষ ৰক্ষ দেৱগণ অসুৰ খেচৰ ॥
নিজ বিমানত থাকি শ্ৰীমন্ত গগনে ।
কৰিলা প্ৰশংসা দুইকো মধুৰ বচনে ॥ ২৬১২৭
ধন্য ধন্য দ্ৰোণ ধন্য ধন্য ধনঞ্জয় ।
ধন্য গুৰু ধন্য শিষ্য ধন্য অস্ত্ৰচয় ॥
দুইহান্ত সমৰ দেখি লাগে যেনমত ।
পূৰ্ব্বে নাহি দেখি শুনি দেৱ অসুৰত ॥ ২৬১২৮

হুয়া দুই ভাগ যদি দেৱ মহেশ্বৰ ।
আপোনাক আপুনি যে কৰন্ত সমৰ ॥
ইহাৰ সমান যুদ্ধ তেৰেসে হুইবেক ।
ত্ৰিভুবনে হেন ৰণ কোনে কৰিবেক ॥ ২৬১২৯
যত বীৰ আছে সাতদ্বীপা পৃথিবীতে ।
দ্ৰোণে সমস্তকে যুদ্ধে পাৰন্ত বধিতে ॥
স্বৰ্গ মৰ্ত্ত্য পাতালত যতেক আছয় ।
সংহৰিবে সবাকে পাৰয় ধনঞ্জয় ॥ ২৬১৩০
ইটো আচাৰ্য্যত কৰি বৰ শতগুণ ।
বলে বীৰ্য্যে শৰশ্ৰমে অধিকে অৰ্জ্জুন ॥
এহিমতে অন্যো অন্যে কৰন্ত কথন ।
শুনন্ত সমস্ত পৃথিৱীৰ ৰাজাগণ ॥ ২৬১৩১
পাচে গুৰুদ্ৰোণে মন্ত্ৰ স্মৰিয়া মনত ।
ভয়ঙ্কৰ ব্ৰহ্মঅস্ত্ৰ কৰিলা বেকত ॥
অস্ত্ৰৰ প্ৰতাপে দশোদিশে ব্যাপিলেক ।
দানব মানব দেৱতাকো পীড়িলেক ॥ ২৬১৩২
পৰ্বতে সহিতে মহীমণ্ডল লৰিল ।
অনাবাৰে সাগৰত ঊৰ্ম্মি উথলিল ॥
বিমোহিত ভৈল সেনা কুৰু-পাণ্ডৱৰ ।
কটাক্ষো নাহিকে দেখি পাণ্ডুৰ পুত্ৰৰ ॥ ২৬১৩৩
অনন্তৰে হাসি ব্ৰহ্মঅস্ত্ৰে আপোনাৰ ।
দ্ৰোণে হানিবাৰ অস্ত্ৰ কৰিলা সংহাৰ ॥
প্ৰকাশ কৰন্তে আৰে গগনমণ্ডলে ।
শান্ত কৰি টোণত ৰাখিলা মন্ত্ৰবলে ॥ ২৬১৩৪
পুনৰপি দুইহান্তৰ ভৈল ঘোৰ ৰণ ।
শৰজালে ঢাকিলেক সকলে গগন ॥
সেহি শৰ পৰি অসংখ্যাত হস্তী হয় ।
মৰিল অপাৰ বলবন্ত সেনাচয় ॥ ২৬১৩৫
খেদি আসে ধৃষ্টদ্যুম্ন দ্ৰোণ বধ মনে ।
দেখি আগ ভৈল মহাৰথী দুঃশাসনে ॥
ক্ৰোধে ধৃষ্টদ্যুম্ন অলক্ষিতে সমৰত ।
কাটিলা সাৰথি ৰথ ধ্বজ কণেকত ॥ ২৬১৩৬
ভয় মনে দুঃশাসন লৰধি পলাইল ।
ধৃষ্টদ্যুম্ন তাক এৰি আচাৰ্য্যক ধাইল ॥

অসংখ্যাত শৰ হানি দ্ৰোণক ঢাকিল।
দেখি কৃতবৰ্ম্মা ক্ৰোধে খেদিয়া আসিল ॥ ২৬১৩৭
লগতে চলিলা সহোদৰ দুই ভাই।
আটোপ টঙ্কাৰে পাঞ্চালক খেদি যাই ॥
সহদেৱ নকুলে কৰিয়া বৰ ৰাগ।
ত্বৰিত গমনে তাসম্বাৰ ভৈলা লাগ ॥ ২৬১৩৮
কৃতবৰ্ম্মা তিনি মাদ্ৰীসুত দুই জন।
দেখিয়া সাত্যকি কোপে কৰিলা গমন ॥
তোমাৰ তনয় দুৰ্য্যোধন নৃপবৰ।
আগ হৈয়া ৰৈলা আসি সাত্যকি পুত্ৰৰ ॥ ২৬১৩৯
বালক কালৰ ক্ৰীড়া কুতুহল স্মৰি।
দুইৰো মুখ দুহান্তো চাহিলা হাস্য কৰি ॥
কতোক্ষণে অনন্তৰে ৰাজা দুৰ্য্যোধন।
সাত্যকিক শুনাই হেন বুলিলা বচন ॥ ২৬১৪০
ধিক ক্ৰোধ ধিক বল ধিক পৰাক্ৰম।
ধিক ৰাজ্যলোভ ধিক ধিক জাতি ধৰ্ম্ম ॥
প্ৰাণতো অধিক তুমি আছিলা পূৰ্বত।
সম্প্ৰতি ৰণক আইলা ধনৰ লোভত ॥ ২৬১৪১
কৰি আছো ক্ৰীড়া যত বালক কালত।
অস্ত্ৰ শিখিবাৰ অৰ্থে গুৰুৰ গৃহত ॥
সিটো কথা তোমাৰ কি পৰয় মনত।
ৰাজাৰ বচন হেন শুনিয়া সত্যত ॥ ২৬১৪২
বোলন্ত বচন মোৰ শুনিয়ো নৃপতি।
আচাৰ্য্যৰ গৃহ ইটো নুহিকে সম্প্ৰতি ॥
নুহিকে বালক নুহি ক্ৰীড়াৰ ভুবন।
সমৰ ধৰণী ইটো বয়স যৌবন ॥ ২৬১৪৩
ক্ষত্ৰিয়ৰ ধৰ্ম্মে কৰিবাক লাগে ৰণ।
নলাগে সিসব প্ৰীতি কৰিবে স্মৰণ ॥
ৰাজা বোলে কালকেসে মানো শ্ৰেষ্ঠ কৰি।
ধনলোভে যুজি মিত্ৰতাক পৰিহৰি ॥ ২৬১৪৪
সিটো ধনে পাচে কৰিবেক কোন কৰ্ম্ম।
সাত্যকি বোলন্ত ক্ষত্ৰিয়ৰ জাতি ধৰ্ম্ম ॥
এতেকেসে আচাৰ্য্যক মাৰয় যুঁজত।
সমৰত পৰি মুখে পাৱয় স্বৰ্গতি ॥ ২৬১৪৫

যদি মোক স্নেহ ৰাজা আছয় তোমাৰ।
শনাইত শৰসঙ্গ কৰিয়া প্ৰহাৰ ॥
বধিয়ো নৃপতি আতি সত্বৰে সম্প্ৰতি।
সেহি কৰ্ম্মে মোৰ যেন হোৱে সদগতি ॥ ২৬১৪৬
এহি বুলি ধনুখান উৰ্দ্ধক উঠাই।
শিনিসিংহ সাত্যকি গৈলন্ত আগুৱাই ॥
দেখি দুৰ্য্যোধনে প্ৰহাৰিলা শতশৰ।
সাত্যকিয়ো দশ শৰ হানিলা সত্বৰ ॥ ২৬১৪৭
পাচে দুৰ্য্যোধনে ক্ৰোধমনে ধনু টানি।
তীক্ষ্ণতৰ নিশান পঞ্চাশ শৰ হানি ॥
পুনৰপি ত্ৰিংশ শৰ কৰিলা প্ৰহাৰ।
দশ বাণ সন্ধান কৰিলা আৰোবাৰ ॥ ২৬১৪৮
তাত পাচে আৰো ত্ৰিংশ শৰ প্ৰহাৰিলা।
একশৰে সাত্যকিৰ ধনুক কাটিলা ॥
পেলাই কটা ধনু বীৰবৰ যুযুধান।
কৰিলন্ত প্ৰচণ্ড কোদণ্ড খণ্ডমান ॥ ২৬১৪৯
প্ৰহাৰ কৰিলা অসংখ্যাত দিব্যবাণ।
তাকো কাটি নৃপতি কৰিলা খান খান ॥
অনন্তৰে তীক্ষ্ণতৰ শৰ প্ৰহাৰিয়া।
শৰ চোটে সাত্যকিৰ বিদাৰিলা হিয়া ॥ ২৬১৫০
পাচে যুযুধানে বাণ অসংখ্য হানিলা।
দেখি দুৰ্য্যোধনে বাণ সহস্ৰ মাৰিলা ॥
দুহান্তৰ বাণবৃষ্টি পূৰিলা গগন।
ৰবিৰ কিৰণ নাহি নবহে পৱন ॥ ২৬১৫১
চৈত্ৰ বৈশাখৰ যেন বন পোৰে বহ্নি।
শুনি হৰ হৰি মাত্ৰ দশোদিশে ছানি ॥
লঘুহস্ত সাত্যকি সমৰে জিতশ্ৰম।
দুৰ্য্যোধন নৃপতি নুহিকে তাৰ সম ॥ ২৬১৫২
ৰাধাৰ নন্দন বৈকৰ্ত্তনে জানি তাক।
ৰক্ষা কৰিবাক মনে আপোন ৰাজাক ॥
ভীমক এৰিয়া খেদি গৈলা সাত্যকিক।
আকৰ্ণ পূৰিয়া কোপে প্ৰহাৰি পত্ৰিক ॥ ২৬১৫৩
আকাশ ছানিয়া আসে ৰাধেয়ৰ বাণ।
দেখি শিনিসিংহ দীৰ্ঘবাহু যুযুধান ॥

তিলৰ প্ৰমাণে কাটিলন্ত নিৰন্তৰ ।
ছেদিলন্ত ধনুখান কৰ্ণৰ হাতৰ ॥ ২৬১৫৪
দাৰুণ দুৰ্বাৰ পুনু শৰ প্ৰহাৰিয়া ।
ৰাধেয়ৰ সাৰথিৰ ভেদিলন্ত হিয়া ॥
পাচে পাচে খেদি আসি বীৰ বৃকোদৰ ।
প্ৰহাৰ কৰিয়া গদাগোট গুৰুতৰ ॥ ২৬১৫৫
ধ্বজ ধনু দুই ঘোঁৰা ৰত্ন চক্ৰ এক ।
সাৰথি সহিতে বীৰে চূৰ্ণ কৰিলেক ॥
এক চক্ৰে সমে দুই ঘোঁৰা ফুৰে পাক ।
সমৰ ভূমিত যেন কুমাৰৰ চাক ॥ ২৬১৫৬
তাকে চাই আছন্ত সমস্ত বীৰগণ ।
দেখি ধৰ্ম্মৰাজে হেন বুলিলা বচন ॥
ধৃষ্টদ্যুম্ন সাত্যকি আমাৰ ভ্ৰাতৃগণ ।
মাজ পশি কৌৰৱক কৰে ঘোৰ ৰণ ॥ ২৬১৫৭
তাসম্বাৰ সহায় হউক শীঘ্ৰ কৰি ।
নিজধৰ্ম্ম অনুসৰি ভয় পৰিহৰি ॥
জীৱনত কীৰ্ত্তি মৰণত সদগতি ।
হেন জানি বীৰগণ থিৰ কৰা মতি ॥ ২৬১৫৮
ত্বৰিত গমনে তাসম্বাৰ লৈয়ো লাগ ।
হেন শুনি বীৰগণ হুয়া চাৰি ভাগ ॥
কুৰুদল মধ্যে প্ৰৱেশিল ততকাল ।
দ্ৰোণ বধ মনে খেদি গৈলেক পাঞ্চাল ॥ ২৬১৫৯
দেখি গুৰুদ্ৰোণে ক্ৰোধ কৰি অনন্তৰে ।
বধিলা পাঞ্চাল যেন পশুগণ হৰে ॥
দ্ৰোণ শৰপাতে বীৰগণ মোহ গৈল ।
হুলস্থূল তুমুল ভৈৰৱ নাদ ভৈল ॥ ২৬১৬০
শিশিৰক সূৰ্য্যে হুতাশনে অৰণ্যক ।
সেহিমতে গুৰুদ্ৰোণে পাঞ্চাল সৈন্যক ॥
দেৱ অসুৰৰ অৰ্থে কৰন্ত কদন ।
দেখি পাণ্ডৱক কৃষ্ণে বুলিলা বচন ॥ ২৬১৬১
যুঁজে দেৱগণে যদি বাসৱে সহিতে ।
তথাপি দ্ৰোণক কেহো নপাৰে জিনিতে ॥
আপুনি আচাৰ্য্য অস্ত্ৰ এৰিয়া থাকয় ।
তেৱে তাঙ্ক বধিবাক মনুষ্যে পাৰয় ॥ ২৬১৬২

এতেকে ধৰ্ম্মক এৰি চিন্তিয়ো উপায় ।
যেনমতে দ্ৰোণ সেনাপতি বধ যায় ॥
হেন শুনি পাণ্ডৱৰ বীৰ যত যত ।
পৰাক্ৰম দ্ৰোণৰ দেখিয়া সম্মত ॥ ২৬১৬৩
সমস্তৰে মন হৈল ধৰ্ম্ম এৰিবাক ।
শুনি সব্যসাচী শ্ৰদ্ধা নকৰিলা তাক ॥
কৃষ্ণৰ বচনে যুধিষ্ঠিৰ নৰপতি ।
কদাচিতো অধৰ্ম্মে নগৈল তান মতি ॥ ২৬১৬৪
মাধৱক ভয়ে কিছু নেদিলা উত্তৰ ।
গোবিন্দৰ অনুমতি বীৰ বৃকোদৰ ॥
অশ্বত্থামা নামে ময়মত্ত গজবৰ ।
মাৰিলা কোবাই ধৰি গদা গুৰুতৰ ॥ ২৬১৬৫
পাচে ভীমে এৰি লাজ শুনায়া সবাক ।
অশ্বত্থামা হত বুলি দিলা দীৰ্ঘ ডাক ॥
শুনি সেনাগণে ৰঙ্গমনে ৰিঙ্গ দিল ।
অশ্বত্থামা হত দশোদিশত ঘুষিল ॥ ২৬১৬৬
অপ্ৰিয় বচন শুনি ভীমৰ মুখত ।
পৰিল নিৰ্ঘাত যেন দ্ৰোণৰ মুণ্ডত ॥
আপোন পুত্ৰৰ বীৰ্য্য জানন্ত যদ্যপি ।
নোৱাৰিলা দ্ৰোণে ধৈৰ্য্য ধৰিবে তথাপি ॥ ২৬১৬৭
মনে শঙ্কা হুয়া জ্ঞান হৰিল দ্ৰোণৰ ।
অচেতনে পৰিলন্ত ৰথৰ উপৰ ॥
কতোক্ষণ অনন্তৰে চেতন লভিলা ।
পুত্ৰক সুমৰি দীৰ্ঘ নিশ্বাস তেজিলা ॥ ২৬১৬৮
শোকানলে দহয় হৃদয় অনুক্ষণ ।
গুণন্ত গাথন্ত শাস্ত্ৰ সুহি তান মন ॥
চিৰজীৱী পুত্ৰ মোৰ অবধ্য দেৱৰ ।
তাক কোনমতে বধিলেক বৃকোদৰ ॥ ২৬১৬৯
জীৱন মৰণ স্থিৰ্ত্ত নাহিকে মনত ।
অনন্তৰে ধৃষ্টদ্যুম্নে সেহি সময়ত ॥
শৰ সহস্ৰক কঙ্কপত্ৰে ছায়া আছে ।
দ্ৰোণ আচাৰ্য্যক প্ৰতি প্ৰহাৰিলা পাচে ॥ ২৬১৭০
অনন্তৰে আৰো শৰে ধনুক ছেদিলা ।
কটা ধনু গুৰু দ্ৰোণে [illegible] ॥

আন ধনু ধৰি প্ৰহাৰিয়া দিব্য শৰ।
কাটিলন্ত ধ্বজ ধনু পাঞ্চাল পুত্ৰৰ ॥ ২৬১৭১
সাৰথিৰ শিৰ কাটি পেলাইলা মাটিত।
ধৃষ্টদ্যুম্নে ধৰি ধনু কাঞ্চনে ৰচিত ॥
দ্ৰোণৰ হৃদয়ে ভেদিলন্ত হানি শৰ।
অচেতনে পৰিলেক ৰথৰ উপৰ ॥ ২৬১৭২
পাচে কতোক্ষণে সুস্থ ভৈল কলেৱৰ।
প্ৰহাৰিয়া গুৰু দ্ৰোণে ভল্ল ভয়ঙ্কৰ ॥
কাটিলন্ত পুনু পাঞ্চালৰ ধনুখান।
পাচে প্ৰহাৰিলা হৃদয়ত নব বাণ ॥ ২৬১৭৩
ক্ৰোধমনে ৰথে ৰথ লগাইলা ত্বৰিত।
দুইহানো ৰথৰ ঘোঁৰা হৈলেক মিশ্ৰিত ॥
সোণাৰ সদৃশ চাৰি ঘোঁৰা আচাৰ্য্যৰ।
পাৰাবত বৰ্ণ হয়চয় পাৰ্বতৰ ॥ ২৬১৭৪
হ্ৰেসনি শবদে পূৰিলেক নিৰন্তৰ।
গৰ্জ্জে জলধৰে যেন বাৰিষা কালৰ ॥
ৰণভূমি মধ্যে মিশ্ৰ হুয়া প্ৰকাশিলা।
দ্ৰোণে ইষাবন্ধ ৰথবন্ধক ছেদিলা ॥ ২৬১৭৫
চক্ৰবন্ধ ত্বৰিতে ছেদিয়া অনন্তৰে।
ৰথে যত ধনু শৰ আছিল অপাৰে ॥
লঘুহস্ত গুৰু দ্ৰোণে সমস্ত ছেদিল।
খাণ্ডা বাৰু গুৰুতৰ গদাকে তেজিল ॥ ২৬১৭৬
ধৃষ্টদ্যুম্ন বীৰ পৰি আছে আপদত।
হাত মেলি গদাগোট পাইলন্ত ৰথত ॥
দ্ৰোণ আচাৰ্য্যক প্ৰতি ক্ৰোধে প্ৰহাৰিলা।
শনাইত শৰে দ্ৰোণে তাহাকো কাটিলা ॥ ২৬১৭৭
দেখি ধৃষ্টদ্যুম্নে ক্ৰোধে লৈলা খাণ্ডাখান।
শত চন্দ্ৰ সমে বাৰু ভানুৰ সমান ॥
সাধু সাধু বুলি দশোদিশে প্ৰশংসিল।
আচাৰ্য্যৰ মৃত্যুকাল আসিয়া মিলিল ॥ ২৬১৭৮
এহি বুলি এক দৃষ্টি কৰি বীৰগণ।
ৰথে গজে চৰি চাহি আছে এৰি ৰণ ॥
ৰথধ্বজ মধ্যে দ্ৰোণাচাৰ্য্য মহাবল।
ধৃষ্টদ্যুম্নে প্ৰহাৰিবে ৰণপাৰ্ব্বৰ স্থল ॥ ২৬১৭৯

পৰ্বতৰ শৃঙ্গত থাকিয়া দুই শেন।
মাংসৰ কাৰণে যুজাযুজি কৰে যেন ॥
অনন্তৰে ৰথশক্তি নামে দিব্য শৰ।
অলক্ষিতে প্ৰহাৰ কৰিয়া দ্বিজবৰ ॥ ২৬১৮০
একো একো শৰে একো ঘোঁৰা সংহৰিল।
আৰ্ত্তনাদ কৰি মৰি ভূমিত পৰিল ॥
হৈলা বিমোচন আচাৰ্য্যৰ ৰথখান।
ধৃষ্টদ্যুম্নে দেখি নিজ ঘোঁৰাৰ নিৰ্য্যাণ ॥ ২৬১৮১
জাম্প দিলা সিয়ো ক্ৰোধে নয়ন ফুৰাই।
খাণ্ডা বাৰু ধৰি দ্ৰোণ বধে খেদি যাই ॥
পূৰ্ব্বে যেন হিৰণ্যকশিপু বধ মনে।
কৰন্ত আক্ৰান্ত নৰসিংহ নাৰায়ণে ॥ ২৬১৮২
কতো পাচগুচে কতো সম্মুখে গমন।
কতো চক্ৰাকাৰে ঘূৰে বেগত পৱন ॥
কতো দেখা দেন্ত কতো লুকান্ত তহিতি।
কৰি বীৰে গতি এক অধিক বিংশতি ॥ ২৬১৮৩
ভাৰতত কৌশিক শাস্ত্ৰৰ শিক্ষা ধৰি।
দ্ৰোণ বধে যান্ত বহু বিগতিত কৰি ॥
দেখি ভৰদ্বাজে কৰি শৰ সহস্ৰেক।
ছিদ্ৰ পায়া পাচে খড়গখান ছেদিলেক ॥২৬১৮৪
অন্তকালে ধৰি দ্ৰোণে দিব্য শৰ বাণ।
শানে শনাইত দীৰ্ঘ বিতস্তি প্ৰমাণ ॥
কৰ্ণ কৃপ অশ্বত্থামা বীৰ ধনঞ্জয়।
যুযুধান অভিমন্যু প্ৰদ্যুম্নে জানয় ॥ ২৬১৮৫
এহি আঠ জন বিনে নজানয় আন।
সুবৰ্ণপুংখিয়া যে বিতস্তি নামে বাণ ॥
নিকটবৰ্ত্তীক প্ৰহাৰয় এহি শৰ।
পৰম সুদৃঢ় যেন সন্ধান বজ্ৰৰ ॥ ২৬১৮৬
সেহি শৰ দ্ৰোণে জুৰিলন্ত শৰাসনে।
পাঞ্চাল পুত্ৰৰ প্ৰাণ হৰিবাক মনে ॥
দেখি দীৰ্ঘবাহু শিনিসিংহ যুযুধান।
অলক্ষিতে কাটিয়া পেলাইলা দশ বাণ ॥ ২৬১৮৭
কৰ্ণ কৃপ বিদ্যমানে ৰাজা দুৰ্য্যোধন।
যুযুধানে পাঞ্চালক কৰিলা মোচন ॥

দ্ৰমন্ত সমৰে সত্য বিক্ৰম সাত্যকি।
কৃষ্ণক অৰ্জ্জুনে হেন বুলিলন্ত দেখি ॥ ২৬১৮৮
দেখা সখি কৃপ কৰ্ণ আগে আচাৰ্য্যৰ।
কীৰ্ত্তি বঢ়াৱন্ত বৃষ্ণি সাত্বত বংশৰ ॥
ভীম সহদেৱ ধৰ্ম্মৰাজা নকুলৰ।
আনন্দ কৰাইতে মোৰ মন নয়নৰ ॥ ২৬১৮৯
ৰথে চৰি নিৰ্ভয়ে সাত্যকি ক্ৰীড়া কৰে।
দেখি অন্তৰীক্ষে সিদ্ধ মুনি বিদ্যাধৰে ॥
সাধু সাধু বুলি প্ৰশংসন্ত বাৰেবাৰ।
উভয় দলত যত ক্ষত্ৰিয় আমাৰ ॥ ২৬১৯০
পৰম বিস্ময় মনে সবে প্ৰশংসিলা।
হেন শুনি হৰি হাসি বচন বুলিলা ॥
সাত্যকিৰ সম সখি বীৰ নাহি আন।
মহা বলবন্ত বৃষ্ণিবংশতে প্ৰধান ॥ ২৬১৯১
বীৰ বৈৰী বিমৰ্দ্দন সত্যক নন্দন।
তযু উপদেশে শিখি আছে অস্ত্ৰগণ ॥
এতেকেসে যুধিষ্ঠিৰ নৃপতিৰ কৰ্ম্মে।
কৰয় কদন বীৰগণ নিজধৰ্ম্মে ॥ ২৬১৯২
এহি কথা কথনে আছন্ত দুই সখি।
সাত্যকিৰ কৰ্ম্ম দুৰ্য্যোধন ৰাজা দেখি ॥
কৰ্ণ কৃপ সমন্বিতে ক্ৰোধে খেদি গই।
কৰিলেক শৰ দশোদিশে বেঢ়ি লই ॥ ২৬১৯৩
শুনা সভাসদ পদ মহাভাৰতৰ।
দ্ৰোণ আচাৰ্য্যৰ বধ কথা মনোহৰ ॥
কৰ্ণৰ অমৃত মল হৰয় মনৰ।
পৰলোকে হিত ইটো শ্ৰদ্ধালু জনৰ ॥ ২৬১৯৪
শ্ৰদ্ধাহীন পুৰুষৰ নাহি একো সিদ্ধি।
হাতে পাই পেলাই যাই যেন নৱনিধি ॥
জানি যত্ন কৰি শুনা কৰ্ণপুট ভৰি।
কৃপাময় কৃষ্ণৰ কৰুণা আগ কৰি ॥ ২৬১৯৫
কৃষ্ণৰ কৰুণা বিনে শ্ৰদ্ধা নোপজয়।
পুৰুষাৰ্থ ব্যতিৰেকে কৃপাও নহয় ॥
হেন জানি শুনা নিতে কৰি সুযতন।
ৰাম ৰাম বুলি কৰা বৈকুণ্ঠে গমন ॥ ২৬১৯৬

অশ্বত্থামাৰ বধ শুনি দ্ৰোণৰ শোক
ছবি

ধৃতৰাষ্ট্ৰ নৃপতিত সঞ্জয় কহন্ত কথা
শুনা ৰাজা আমাৰ বচন।
সাত্যকিৰ সমৰত পৰাক্ৰম দেখি পাচে
দুৰ্য্যোধন তোমাৰ নন্দন ॥
কৰ্ণক কৃপক লৈয়া ক্ৰোধমনে খেদি গৈয়া
সাত্যকিক শৰ প্ৰহাৰিলা।
দেখি বীৰ বৃকোদৰ মাদ্ৰীপুত্ৰ সহোদৰ
ধৰ্ম্মৰাজে খেদিয়া আসিলা ॥ ২৬১৯৭
পাচে মহা ভয়ঙ্কৰ মহাৰথীসকলৰ
নানাবিধ অস্ত্ৰযুদ্ধ ভৈল।
ক্ৰূৰকৰ্ম্মা দুৰ্য্যোধন তাৰ যত্নে যোদ্ধাগণ
সহস্ৰ সংখ্যাত স্বৰ্গে গৈল ॥
হয় হস্তী নৰবৰ মৰি মৰি নিৰন্তৰ
পৰিল সমৰ ধৰণীত।
ৰথচক্ৰ নচলয় আগক নচলে হয়
খুৰা নপাৱয় পৃথিৱীত ॥ ২৬১৯৮
পাচে যুধিষ্ঠিৰ ৰায় ক্ষত্ৰিয়বৰ্গক চাই
সম্বোধিয়া বুলিলা বচন।
ঐত নথাকিবা ৰই পাঞ্চালৰ লাগ লই
দ্ৰোণ আচাৰ্য্যক কৰা ৰণ ॥
ধৃষ্টদ্যুম্ন মহাবীৰ আজিৰ সমৰে শিৰ
কাটিবন্ত কুম্ভ যে যোনিৰ।
নিদাৰুণ ক্ষত্ৰীগণ চলি গৈলা তেতিক্ষণ
আদেশ শুনিয়া নৃপতিৰ ॥ ২৬১৯৯
বাহুতে মাহুতে সাজি ৰথী ৰথ গজ বাজী
ঢালী কাঁড়ী পদাতি কটক।
নানাবিধ বাদ্য বাই মাৰ মাৰ কৰি যাই
চতুৰ্ভিতি বেঢ়িলা দ্ৰোণক ॥
অনন্তৰে তীক্ষ্ণ শৰ প্ৰহাৰিয়া নিৰন্তৰ
ঢাকিলেক গগনমণ্ডল।
যেন উই বাৰিষাৰ উৰাই যাই উড়িনাৰ
দশোদিশ ব্যাপিল সকল ॥ ২৬২০০

পৰে কতো জ্বলালিত ইষা দণ্ড সাৰথিত
কতো ৰথ ধ্বজ ঘোটকত ।
শ্বেত ছত্ৰ চামৰত কতো ৰথ উপৰত
কৰ শিৰ উৰু উদৰত ॥
দেখি দ্ৰোণে কোপমনে নয়ন ফুৰাই ঘনে
ভ্ৰূভঙ্গ কৰিয়া ধনু ধৰি ।
প্ৰহাৰিয়া দিব্যশৰ সেনাগণ পাণ্ডৱৰ
এক বিংশ সহস্ৰ সংহৰি ॥ ২৬২০১
পুনৰপি দ্বিজবৰ একলক্ষ ধনুৰ্দ্ধৰ
ব্ৰহ্ম অস্ত্ৰে কৰিলা বিনাশ ।
শূন্য ভৈলা ৰণস্থলী গুৰুদ্ৰোণ মহাবলী
অগ্নি যেন কৰিলা প্ৰকাশ ॥
ধৃষ্টদ্যুম্ন বীৰবৰ বীৰ অৰি ধনুৰ্দ্ধৰ
হুয়া আছে আচাৰ্য্যৰ আগে ।
বহু বিধ ঘোৰ বাণে তাৰিলন্ত মৰ্ম্মস্থানে
দেখি ভীমসেন মহাভাগে ॥ ২৬২০২
আপোনাৰ ৰথে তুলি মধুৰ বচন বুলি
নিলা নিজ দলৰ মধ্যক ।
পাচে পাঞ্চালৰ আগে সাৰথি যোগাইল ৰথ
পৱনৰ সদৃশ ঘোটক ॥
তাতে চৰি দৰদৰি দৃঢ় নৱ ধনু ধৰি
বায়ুবেগে গৈলন্ত যুদ্ধক ।
কাটি মাৰি হস্তী হয় ৰথী ৰথ সেনাচয়
অনন্তৰে পাইলন্ত দ্ৰোণক ॥ ২৬২০৩
ইন্দ্ৰ চন্দ্ৰ বৰুণৰ বায়ু বহ্নি কুবেৰৰ
অস্ত্ৰগণ দ্ৰোণে প্ৰহাৰিলা ।
ধৃষ্টদ্যুম্ন বীৰবৰ দিব্য অস্ত্ৰ আচাৰ্য্যৰ
আকাশতে সমস্তে কাটিলা ॥
পাচে কুৰু বাহ্লিকৰ শিবি সেনাসকলৰ
ধৃষ্টদ্যুম্নে অসংখ্য মাৰিলা ।
শনাইত শৰশত আচাৰ্য্যৰ হৃদয়ত
বধ মনে সন্ধানে হানিলা ॥ ২৬২০৪
চোট পায়া গুৰুদ্ৰোণ টানি আনি ধনুগুণ
অসংখ্যাত মাৰ্গন মাৰিলা ।
নেদেখয় বীৰগণ নাহিকে বায়ুৰ পথ
দশোদিশ বিদিশ ঢাকিলা ॥
অনন্তৰে একশৰ প্ৰহাৰিয়া পাঞ্চালৰ
কাটিলন্ত দিব্য ধনুখান ।
আৰো শিলীমুখ শৰ ক্ৰোধ মনে দৃঢ়তৰ
হৃদয়ত কৰিলা সন্ধান ॥ ২৬২০৫
দেখি দুখ নৃপতিৰ বিংশতি সহস্ৰ বীৰ
ক্ৰোধে খেদি বেঢ়িল দ্ৰোণক ।
অসংখ্যাত শৰ কৰি দশোদিশ ঢাকিলেক
মেঘে যেন প্ৰচণ্ড সূৰ্য্যক ॥
কাটি তাসবাৰ শৰ অনন্তৰে দ্বিজবৰ
বসুদান বীৰক বধিলা ।
সৃঞ্জয় হাজাৰ ছয় পঠাইলা যমালয়
পঞ্চাশ মৎস্যক সংহৰিলা ॥ ২৬২০৬
অনন্তৰে ব্ৰহ্ম অস্ত্ৰ ধৰি দ্ৰোণ লঘু হস্ত
বিংশতি হাজাৰ মহাৰথ ।
ধৰ্ম্ম এৰি ক্ৰোধমনে সবাহানে একোক্ষণে
মাৰিয়া পঠাইলা যমপথ ॥
পাচে সেহি সময়ত বিমঙ্গল নানা মত
হৈল আসি আগত দ্ৰোণৰ ।
পৰে উল্কা অসংখ্যাত ঘনে ঘনে বজ্ৰপাত
ফান্দে বাম চক্ষু বাম কৰ ॥ ২৬২০৭
বিধূম অগনি নয় অস্ত্ৰচয় প্ৰকাশয়
ঘোঁৰাগণে কৰয় ক্ৰন্দন ।
নানা বিমঙ্গলগণ দেখিয়া আকুল মন
ভৈলা ভৰদ্বাজৰ নন্দন ॥
এহি মোৰ কালান্তক বুলি আছা পাঞ্চালক
অসন্তোষ মাথা চপৰাইল ।
হৰি হৰি প্ৰাণ পুত্ৰ মুখ আৰ নেদেখিলোঁ
মোৰ মৃত্যুকাল আসি পাইল ॥ ২৬২০৮
এহি বুলি মহাদুখে যুদ্ধ এৰি অধোমুখে
আছন্ত আচাৰ্য্য যেৱে ৰই ।
পাচে সেহি সময়ত আসিলন্ত দেৱৰাজ
দশ দিগপাল লগে লই ॥

গৌতম বশিষ্ঠ ভৃগু মৰীচি কাশ্যপ বৰ্গ
বালখিল্যগণ ভৰদ্বাজ ।
অগস্তি পুলস্তি অত্ৰি বিশ্বামিত্ৰ জমদগ্নি
আসিলা অঙ্গিৰা ঋষিৰাজ ॥ ২৬২০৯
ক্ষত্ৰিয়ৰ দেখি ক্ষয় আসিয়াছে ঋষিচয়
আচাৰ্য্যক বুলিলা বচন ।
ধৰ্ম্মপথ পৰিহৰি কিসক অধৰ্ম্ম কৰি
ব্ৰহ্মঅস্ত্ৰে মাৰি বীৰগণ ॥
জানি সবে ধৰ্ম্মাধৰ্ম্ম কেনে গৰিহিত কৰ্ম্ম
কৰা তুমি বেদবেত্তা হুই ।
প্ৰাণীসকলৰ বধ ক্ষত্ৰিয় জাতিৰ ধৰ্ম্ম
ভূতদ্ৰোহ ব্ৰাহ্মণৰ নুই ॥ ২৬২১০
এতেকে অন্যায় যুদ্ধ পৰিহৰি দ্বিজবৰ
সম্বৰে এৰিয়ো ধনু শৰ ।
পাপকৰ্ম্মে পৰমায়ু ক্ষয় হৈল নিৰন্তৰ
কাল আসি হৈল মৰণৰ ॥
দেৱ ঋষিসকলৰ বাক্য শুনি দ্বিজবৰ
স্মৰিলন্ত ভীমৰ বচন ।
ধৃষ্টদ্যুম্ন পাঞ্চালক আগত দেখিয়া বৰ
গুৰুদ্ৰোণ হৈলন্ত বিমন ॥ ২৬২১১
সম্প্ৰতি সমৰে শিৰ কাটিবেক মহাবীৰ
ধৃষ্টদ্যুম্ন পাঞ্চাল তনয় ।
অশ্বত্থামা তনয়ৰ ভাল মন্দ বাৰ্ত্তা মই
নজানিলোঁ মৰণ সময় ॥
সিটো একেশ্বৰ পুত্ৰ জীৱন্তে আছয় কিবা
যুদ্ধে পৰি গৈল পৰলোক ।
যমৰ পুৰত মোৰ ইটো সুদাৰুণ ঘোৰ
কদাচিতো নুগুচিবে শোক ॥ ২৬২১২
শোকানলে দহে হিয়া এহিমতে আলোচিয়া
পাচে মনে কৰিলন্ত থিৰ ।
বোলন্ত মহন্ত শান্ত সত্যবাদী শিষ্ট হন্ত
কুন্তীৰ তনয় যুধিষ্ঠিৰ ॥
যদি ধৰ্ম্ম নৃপবৰ স্বৰ্গমৰ্ত্ত্য পাতালৰ
একছত্ৰে হোন্তে অধিপতি ।

তথাপিতো কদাচিতো মিছা নুবুলিবে সিটো
যিহেতু অধৰ্ম্মে নাহি ৰতি ॥ ২৬২১৩
এহি বুলি মহাৰথ ফিৰাই ঘোঁৰা ধৰি পথ
চলি যান্ত নৃপতিৰ কাছে ।
হেন দেখি যদুৰায় ৰাজাৰ নিকটে যায়
বুলিলা বচন হাসি পাচে ॥
দেখা দদা ধৰ্ম্মৰাজ ইটো দ্বিজ ভৰদ্বাজ
যদি যুদ্ধ কৰে পুনৰ্ব্বাৰ ।
অৰ্জ্জুন প্ৰমুখ্যে আসি আছয় যতেক বীৰ
সবাহাৰে চিন্তিবেক মাৰ ॥ ২৬২১৪
এতেকে সবাকে ৰক্ষা কৰিবাৰ অৰ্থে ৰাজা
ভাল মই দেখোঁ অসত্যক ।
জীৱনৰ অৰ্থে যদি মিছা বুলি প্ৰাণ ৰাখে
নপৰশে পাপ সিজনক ॥
অশ্বত্থামা হত বুলি দ্ৰোণৰ আগত ভীমে
কহিলন্ত দিয়া দীৰ্ঘ ডাক ।
সিটো ৰাক্য অনাদৰ কৰি দেখা দ্বিজবৰ
আসন্ত তোমাত সুধিবাক ॥ ২৬২১৫
যেন জানি মহাভাগ কহিবা তাহান আগ
অশ্বত্থামা পৰিল যুদ্ধত ।
সবাহাকে কৰা ৰক্ষা এৰা আপোনাৰ কক্ষা
বোলা মিছা মোহোৰ সম্মত ॥
কৃষ্ণৰ বচনে বীৰ ধৰ্ম্মৰাজা যুধিষ্ঠিৰ
ভৈলন্ত বিমন আতিশয় ।
অধোমুখ হুয়া ৰৈলা পৰম ব্যাকুল ভৈলা
অসত্যত হন্তে হুয়া ভয় ॥ ২৬২১৬
মাধৱৰ আজ্ঞাবাণী কেমনে কৰিবো হানি
এৰিবো সত্যক কেন কৰি ।
গুণন্ত গাথন্ত চিত্ত কৰিবে নোৱাৰে থিত
দেখি ছুনাই বুলিলন্ত হৰি ॥
শুনা ধৰ্ম্ম নৃপবৰ মোৰ ৰাক্য অনাদৰ
কৰা তুমি ধৰ্ম্মক [illegible] ।
লোক উপকাৰ অৰ্থে [illegible] জন মিছা বোলে
তাহাৰ ধৰ্ম্মৰ নাহি হানি ॥ ২৬২১৭

নিজধৰ্ম্ম পৰিহৰি সমৰে অন্যায় কৰি
ব্ৰহ্ম অস্ত্ৰে মাৰে ক্ষত্ৰীগণ।
হেনয় জনক ছলে বলে ধৰিবাক লাগে
তুমি দুখ কৰা কি কাৰণ ॥
নমো নমো কৃষ্ণদেৱ দণ্ডৱতে কৰোঁ। সেৱ
চৰণ কমলে কোটিবাৰ।
ভূমিভাৰ সংহাৰণে নিজ যশ বঢ়াইতে
মায়ায়ে মনুষ্য অৱতাৰ ॥ ২৬২১৮

---

ধৃষ্টদ্যুম্নৰ হাতত দ্ৰোণৰ মৃত্যু

পদ

সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
ধৰ্ম্মৰাজে শুনি হেন বচন কৃষ্ণৰ ॥
অনন্তৰে মাথা তুলি বুলিলা বচন।
কৰিবো তোমাৰ আজ্ঞা কমললোচন ॥ ২৬২১৯
সেহি সময়ত গুৰু দ্ৰোণ উপস্থিত।
পুত্ৰৰ কুশল পুছিলন্ত নৃপতিত ॥
শুন বাপ ধৰ্ম্মৰাজ বচন আমাৰ।
শিশুকাল হন্তে জানো স্বভাৱ তোমাৰ ॥ ২৬২২০
এতেকে নৃপতি মই আসিলোঁ। আপুনি।
অশ্বত্থামা তনয়ৰ মন্দ বাৰ্ত্তা শুনি ॥
ভীমৰ বাক্যত মোৰ নাহিকে প্ৰত্যয়।
হেন জানি নৃপবৰ গুচায়ো সংশয় ॥ ২৬২২১
চিৰঞ্জীৱ পুত্ৰ মোৰ দেৱতাৰ বৰে।
তাক কেনমতে বধিবন্ত বৃকোদৰে ॥
এহি বুলি মৌনে ৰহিলন্ত দ্বিজবৰ।
নিশবদে থাকিল পাণ্ডৱ নিৰন্তৰ ॥ ২৬২২২
হেন শুনি অসন্তোষে পাণ্ডুৰ নন্দন।
গুণি গাথি কতোক্ষণে বুলিলা বচন ॥
অধৰ্ম্মক ভয়ে বাক্য নাসৰে মুখত।
তথাপি কহিলা অশ্বত্থামা হৈল হত ॥ ২৬২২৩
কিন্তু গজ বোলন্তে সমস্তে সেনাগণে।
দিলেক জোকাৰ বাহুবেৰ বচনে ॥
অব্যক্তে কুঞ্জৰ বুলিলন্ত নৃপবৰে।
সেহি পাপে চাৰি ঘোঁৰা তাহান ৰথৰে ॥ ২৬২২৪
তেতিক্ষণে আসি সবে পৰিল ভূমিত।
দেখিয়া সমস্ত লোক ভৈলেক বিস্মিত ॥
পূৰ্ব্বে পৃথিৱীৰ চাৰি আঙ্গুল উপৰে।
ফুৰিছিল ৰথৰ ঘোটক নিৰন্তৰে ॥ ২৬২২৫
অশ্বত্থামা হত গুৰু দ্ৰোণে শুনিলন্ত।
পুত্ৰশোকে জীৱনৰ আশা এৰিলন্ত ॥
মহাদুখে মনত গুণন্ত দ্বিজবৰ।
অকাৰণে অপৰাধী হৈলে পাণ্ডৱৰ ॥ ২৬২২৬
যাহাৰ নিমিত্তে হেন কৰিলোঁ। অকাৰ্য্য।
সিটো পুত্ৰ মৰি গৈল যমৰ সমাজ ॥
স্বধৰ্ম্মক এৰি পৰধৰ্ম্ম আচৰিলোঁ।
ব্ৰহ্ম অস্ত্ৰ প্ৰহাৰিয়া অন্যায় কৰিলোঁ। ॥ ২৬২২৭
ইহ পৰলোকে সুখ গুচিল সকলে।
ভৈলোঁ।হো নাৰকী মই নিজ কৰ্ম্মফলে ॥
এহিমতে বিলাপন্তে আছিল ৰথত।
হেন দেখি ধৃষ্টদ্যুম্ন সেহি সময়ত ॥ ২৬২২৮
খেদি গৈলা অতিৰথী নব ধনুখান।
মেঘৰ সদৃশ ধ্বনি বজ্ৰ যেন বাণ ॥
আশীবিষ সম আক শৰ বাছি লৈলা।
দেখিয়া আচাৰ্য্য বৰ ভয়াতুৰ হৈলা ॥ ২৬২২৯
পূৰ্ব্ব দিনে ৰাত্ৰি ঘোৰ কৰিলা সমৰ।
পৰদিনো হৈল আসি তৃতীয় প্ৰহৰ ॥
আছিলেক দিব্য অস্ত্ৰ দেৱতাৰ যত।
নাহিকে টোণত শৰ হৈল সমাপত ॥ ২৬২৩০
তনয়ৰ শোকানলে দহয় শৰীৰ।
বচন সুমৰি সিদ্ধ দেৱতা ঋষিৰ ॥
ধনুশৰ এৰিবাক কৰিলন্ত মন।
সেহি বেলা ভীমে আসি বুলিলা বচন ॥ ২৬২৩১
নকৰে সমৰ যুদ্ধে সিটো ক্ষত্ৰীবৰ্গ।
স্বধৰ্ম্ম এৰনে নপাৱয় সিটো স্বৰ্গ ॥
এতেকে কৰয় হিংসা আমি সৰ্ব্বক্ষত।
তথাপি অহিংসা জ্যেষ্ঠ কহিছে শাস্ত্ৰত ॥ ২৬২৩২

ভৰদ্বাজ ঋষিৰাজ জগতে প্ৰখ্যাত ।
তুমি মহা ব্ৰহ্মজ্ঞানী তাহন্তে হন্তে জাত ॥
চাৰি বেদ চৈধ্য শাস্ত্ৰ সমস্তে পঢ়িলা ।
শুদ্ধজনে চাণ্ডালৰ কৰ্ম্ম আচৰিলা ॥ ২৬২৩৩
পুত্ৰৰ নিমিত্তে উপাৰ্জিবে ধন মান ।
ধৰ্ম্মী অধৰ্ম্মীক জপাই সংহৰিলা বাণ ॥
সিটো পুত্ৰ মৰি পৰি আছে ধৰণীত ।
অন্যায় আৰ্জ্জিত কি কৰিব ধন বিত ॥ ২৬২৩৪
ভীমৰ বচন হেন শুনি গুৰুদ্ৰোণে ।
এৰি ধনুশৰ খসাই থৈল দুই টোণে ॥
পাচে কৰ্ণ কৃপ দুৰ্য্যোধন নৃপতিক ।
বুলিলা বচন হেন শুনায়া তিনিক ॥ ২৬২৩৫
নকৰোঁ সমৰ এৰিলোহো ধনুশৰ ।
হেন জানি তোবাসবে যুদ্ধে যত্ন কৰ ॥
কুশল মঙ্গল হৌক পঞ্চ পাণ্ডৱৰ ।।
লোকক নিৰ্ভয় পাচে দিলা দ্বিজবৰ ॥ ২৬২৩৬
হৈলন্ত ব্যাকুল পুত্ৰশোকে আপোনাৰ ।
অশ্বত্থামা অশ্বত্থামা বুলি বাৰম্বাৰ ॥
দিয়া দীৰ্ঘ ডাক ৰথমধ্যে পৰি ৰৈলা ।
কতোক্ষণ অন্তৰেসে সজ্ঞক্ষণ ভৈলা ॥ ২৬২৩৭
মছি আখি মুখ দুখে নিশ্বাস তেজিয়া ।
ৰহিলেক ৰথে পাচে চিত্তক দঢ়ায়া ॥
এৰিলা পুত্ৰৰ শোকে থিৰ কৰি মন ।
যোগ চিন্তিবাক প্ৰতি কৰিলা আসন ॥ ২৬২৩৮
যেতিক্ষণে দ্ৰোণে যোগ চিন্তিবাক লৈলা ।
দেখি ধৃষ্টদ্যুম্নে ধনুশৰ পেলাই থৈলা ॥
ৰথহন্তে নামি দিব্য খাণ্ডাখান ধৰি ।
দ্ৰোণবধ অৰ্থে খেদি গৈলা শীঘ্ৰ কৰি ॥ ২৬২৩৯
দেখি কতো লোকে কৰিলেক হাহাকাৰ ।
কতো কৰিলেক ধৃষ্টদ্যুম্নক ধিক্কাৰ ॥
কুতুহলে কিল কিল পাঞ্চালে কৰিল ।
সেনাপতিগণে কাটিবাক নিষেধিল ॥ ২৬২৪০
দেখি ধনঞ্জয়ে হাক দিলা বাৰম্বাৰ ।
নকাটিবা নকাটিবা গুৰুক আমাৰ ॥

ধৃষ্টদ্যুম্নে কাহাৰো নুশুনি হাক ডাক ।
খাণ্ডা তুলি যাই দ্ৰোণ শিৰ কাটিবাক ॥ ২৬২৪১
ফুটিছে সহস্ৰ শৰে দ্ৰোণৰ শৰীৰ ।
ঘাৱমুখ হন্তে ধাৰে বহয় ৰুধিৰ ॥
কৰ্ণমূলে পৰি আছে সকুঞ্চিত কেশ ।
দুৰ্বাদল শ্যাম তনু দেখিতে সুবেশ ॥ ২৬২৪২
বয়সত চাৰিশত বৎসৰ দ্ৰোণৰ ।
সমৰত ফুৰে যেন ষোড়শ বৎসৰ ॥
দশোদিশ হন্তে চাহি আছে ৰাজাগণ ।
বসিয়া আছন্ত ৰথে কৰি যোগাসন ॥ ২৬২৪৩
ইন্দ্ৰিয় নিয়মি ব্ৰহ্মে লগাইলেক চিত্ত ।
চলি গৈল পঞ্চপ্ৰাণ হৈ গৈল লম্বিত ॥
প্ৰকাশি গগন গৈল ব্ৰহ্মাৰ ভুৱন ।
নেদেখিলা আনে দেখিলন্ত পাঞ্চজন ॥ ২৬২৪৪
কৃষ্ণ ধনঞ্জয় অশ্বত্থামা যুধিষ্ঠিৰ ।
দেখিলোহো মযো ৰাজা প্ৰসাদে ঋষিৰ ॥
সেহি বেলা ধৃষ্টদ্যুম্ন পাঞ্চালকুমাৰে ।
কাটিলা দ্ৰোণৰ শিৰ খাণ্ডাৰ প্ৰহাৰে ॥ ২৬২৪৫
পাচে খাণ্ডখান পাক ফুৰাই আকাশত ।
কৰিলেক ঘোৰ সিংহনাদ আনন্দত ॥
ৰথহন্তে গুৰু দ্ৰোণ ভূমিত পৰিল ।
হেন দেখি তযু সেনা সমস্তে ভৰিল ॥ ২৬২৪৬
ধৰ্ম্মক এৰিয়া সংহাৰিলা শত্ৰু ৰণে ।
পৰম আনন্দ লভিলন্ত পাণ্ডুগণে ॥
অনন্তৰে আগবাঢ়ি বীৰ বৃকোদৰে ।
পাঞ্চালক আলিঙ্গন কৰিলা সাদৰে ॥ ২৬২৪৭
মুখ চাহি পাচে হেন বুলিলা বচন ।
পুনৰপি তোমাক কৰিবো আলিঙ্গন ॥
ক্ৰুৰ কৰ্ম্মা কৰ্ণক বৈৰথ সমৰত ।
আমাৰ সোদৰে সংহাৰিবে সিকালত ॥ ২৬২৪৮
এহি বুলি আনন্দে ৰহিলা ভীম তথা ।
শুনা নৃপবৰ আত পৰে [illegible] ॥
বাসবৰ পৰাজয় পৰিল [illegible] ।
মেৰুৰ পতনে যেন [illegible] ॥ ২৬২৪৯

সেহিমতে ভৈল গুৰু দ্ৰোণৰ মৰণ ।
দেখি দুৰ্য্যোধন ভৈলা সজল নয়ন ॥
তোমাৰ পুত্ৰক আসি বেঢ়িল ত্বৰিত ।
কাম্পয় শৰীৰ হুয়া ধূলায়ে আবৃত ॥ ২৬২৫০
তেসম্বে সহিতে পাচে ৰাজা দুৰ্য্যোধন ।
পলাই গৈল দশোদিশ কৰি নিৰীক্ষণ ॥
ক্ষুধায়ে তৃষ্ণায়ে ৰৌদ্ৰে শৰৰ প্ৰহাৰে ।
ভৈল আশকত ধৈৰ্য্য গুচিল সবাৰে ॥ ২৬২৫১
দেখি অশ্বত্থামা দুৰ্য্যোধনত পুছিলা ।
পৰম অপ্ৰিয় কথা ৰাজা নকহিলা ॥
দ্ৰৌণীক দেখিয়া শোক শত গুণ ভৈলা ।
বহয় লোতক দুখে অধোমুখে ৰৈলা ॥ ২৬২৫২
অনন্তৰে কৃপ গুৰু হুয়া যে লজ্জিত ।
প্ৰপঞ্চি সমস্ত কথা কহিলা দ্ৰৌণীত ॥
যেনমতে দ্ৰোণে বীৰগণ সংহৰিলা ।
যেনমতে ভীমে গজৰাজক বধিলা ॥ ২৬২৫৩
যেনমতে বৃকোদৰে দ্ৰোণত কহিলা ।
যেনমতে গুৰু যুধিষ্ঠিৰত পুছিলা ॥
যেনমতে ধৰ্ম্ম নৃপবৰে কহিলন্ত ।
যেনমতে গুৰু অস্ত্ৰ এৰি বসিলন্ত ॥ ২৬২৫৪
যেনমতে ধৃষ্টদ্যুম্নে ধৰিয়া কেশত ।
কাটিলা দ্ৰোণৰ শিৰ সবাৰে আগত ॥
সিটো কথা সমস্তে দ্ৰৌণীত কৃপে কৈলা ।
শুনি অশ্বত্থামা শোকে ক্ৰোধযুক্ত ভৈলা ॥২৬২৫৫
পাচে নৃপতিৰ মুখ কৰি নিৰীক্ষণ ।
নিশ্বাস তেজিয়া হেন বুলিলা বচন ॥
শুনা দুৰ্য্যোধন ৰাজা বচন আমাৰ ।
পৰম অধৰ্ম্মী ধৰ্ম্মপুত্ৰ কুলাঙ্গাৰ ॥ ২৬২৫৬
ৰাজ্যৰ নিমিত্তে মহাপাপ কৰিলেক ।
মিছা বুলি আমাৰ পিতৃক বধাইলেক ॥
পৰম ধাৰ্ম্মিক হেন দেখায় লোকত ।
নুহিকে ধৰ্ম্মিষ্ঠ ধৰ্ম্মধ্বজী অন্তৰত ॥ ২৬২৫৭
যেন খণ্টাচোৰে কাপৰক নিৰিক্ষাৰে ।
ধনৰ লোভত জৰ ব্ৰাহ্মণক মাৰে ॥

সেহিমতে ইটো মন্দমতি যুধিষ্ঠিৰ ।
অধৰ্ম্মে কাটিলা শিৰ আমাৰ পিতৃৰ ॥ ২৬২৫৮
মন্ত্ৰে সমন্বিতে দেৱ অস্ত্ৰ সুৰ অস্ত্ৰ ।
শিষ্য হুয়া কুন্তীপুত্ৰে শিখিছে সমস্ত ॥
তথাপিতো গুৰুবধ কৰিল পাপিষ্ঠ ।
এতেকে তোমাত ৰাজা কহোঁ স্নিষ্টে নিষ্ট ॥২৬২৫৯
যুধিষ্ঠিৰ ৰাজাৰ যে শিৰৰ শোণিত ।
শৰৰ প্ৰভাৱে ছেদি পেলাইবো মহীত ॥
নাহিকে মোহোৰ দুখ পিতৃ মৰণত ।
যিহেতু নিবাস ভৈল ব্ৰহ্ম ভুৱনত ॥ ২৬২৬০
পাপিষ্ঠ পাঞ্চালে মোক অনাদৰ কৰি ।
কাটিলা পিতৃৰ শিৰ কেশ কৰে ধৰি ॥
ইহাতেসে অধিক দহয় হিয়া শোকে ।
কিসক কৰিব পুত্ৰ ইচ্ছা আনলোকে ॥ ২৬২৬১
এতেকে নৃপতি মই কৰোঁ অঙ্গীকাৰ ।
ছলে বলে পাঞ্চালক কৰিবো সংহাৰ ॥
সম্মুখ সমৰে যদি বধন নযায় ।
অৱশ্যে মাৰিবো তেৱে কৰিয়া অন্যায় ॥ ২৬২৬২
যদ্যপি নোৱাৰো ধৃষ্টদ্যুম্নক বধিত ।
জপ তপ যজ্ঞ যত কৰিছো সুকৃত ॥
সকলে বিফল তেৱে হৈবেক আমাৰ ।
বাহুবল অস্ত্ৰবল বিক্ৰম ধিকাৰ ॥ ২৬২৬৩
আপোনাৰ বিক্ৰম নকহে শ্ৰেষ্ঠ যত ।
তথাপিতো কহো মই তোমাৰ আগত ॥
তেজস্বীৰ মধ্যে মই সূৰ্য্যৰ সমান ।
পুৰাইব দশোদিশ হানি দিব্য বাণ ॥ ২৬২৬৪
নিপাতিবো ৰণে আজি শত্ৰুসকলক ।
প্ৰচণ্ড পৱনে যেন উচ্ছিন্ন বৃক্ষক ॥
একেখৰে তিনিলোক পাৰো জিনিবাক ।
হেন দিব্য অস্ত্ৰ পিতৃ শিখাইছা আমাক ॥ ২৬২৬৫
আছোক মনুষ্য দেৱগণো নজানয় ।
পৰম অমোঘ অস্ত্ৰ আমাতে আছয় ॥
পূৰ্ব্বে চিৰকাল পিতা তপ আচৰিলা ।
তুষ্ট হুয়া নাৰায়ণে অস্ত্ৰ প্ৰদানিলা ॥ ২৬২৬৬

শুনিয়া সন্তোষে কৰযোৰ কৰি হস্ত ।
বোলন্ত দিয়োক মোক নাৰায়ণ অস্ত্ৰ ॥
হেন শুনি ভকত বৎসল ভগৱন্ত ।
দিয়া দিব্য অস্ত্ৰ পাচে বাক্য বুলিলন্ত ॥ ২৬২৬৭
অস্ত্ৰবলে অবধ্যক পাৰি বধিবাক ।
কিন্তু যাকে তাকে তুমি নমাৰিবা আক ॥
শত্ৰুগণ আসি যদি মাগয় শৰণ ।
নবধিবা আতো অস্ত্ৰে কৰিবা ৰক্ষণ ॥ ২৬২৬৮
অস্ত্ৰ শান্ত কৰিবাৰ এহিসে উপায় ।
আনমতে নিবাৰন্তা ত্ৰিভুবনেঁ নাই ॥
এহি বুলি অস্ত্ৰ দিয়া গৈলা নিজলোক ।
সেহি দিব্য অস্ত্ৰ পিতৃ শিখাইছন্ত মোক ॥ ২৬২৬৯
আজি নাৰায়ণ অস্ত্ৰ কৰিয়া প্ৰহাৰ ।
কৈকেয়ী পাঞ্চাল মৎস্য কৰিবো সংহাৰ ॥
মিত্ৰদ্ৰোহী গুৰুদ্ৰোহী পাণ্ডুগণ যত ।
সবাকে বধিবো আজি ঘোৰ সমৰত ॥ ২৬২৭০
শচীপতি ইন্দ্ৰে যেন দৈত্য দানৱক ।
ময়ো সেহিমতে আজি বধিবো শত্ৰুক ॥
যেন যেন বাঞ্ছা মই কৰিবো মনত ।
সেহি সেহি মতে শৰ পৰিবে সৈন্যত ॥ ২৬২৭১
এহি বুলি মৌনে ৰহিলন্ত দ্বিজবৰ ।
শুনিয়া কৌতুক বৰ হৈল কৌৰৱৰ ॥
অসংখ্যাত বাদ্যভণ্ড ৰোল উথলিল ।
শুনি ধৰ্ম্মৰাজে সব্যসাচীক পুছিল ॥ ২৬২৭২
দ্ৰোণবধে কুৰুগণ লভিয়া বিষাদ ।
পলাই গৈয়া পুনৰপি কৰে সিংহনাদ ॥
আসে সমদলে সাজি পৃথিৱী কম্পায় ।
তাসম্বাৰ হৈল কিবা বাসৱ সহায় ॥ ২৬২৭৩
দেখা কত গহে খেদি আসে কুৰুচয় ।
গুচায়ো অৰ্জ্জুন মোৰ মনৰ সংশয় ॥
অৰ্জ্জুনে বোলন্ত ধৰ্ম্মৰাজ মহাশয় ।
আসন্ত আমাক খেদি দ্ৰোণৰ তনয় ॥ ২৬২৭৪
যাৰ জন্মকালে গুৰু আনন্দ মনত ।
দিলা দিব্য ধেনু ব্ৰাহ্মণক দশ শত ॥
উপজিয়া ঘিটো ঘোৰ হ্ৰেসনি কৰিল ।
যাক শুনি স্বৰ্গমৰ্ত্ত্য পাতাল কম্পিল ॥ ২৬২৭৫
সি কাৰণে হৈল তান অপৰূপ নামা ।
জগতত বিদিত প্ৰতিষ্ঠাত অশ্বত্থামা ॥
আচাৰ্য্যৰ বধে নিজ বীৰ্য্য দৰশাই ।
আসে অশ্বত্থামা ক্ৰোধে অন্তক পৰায় ॥ ২৬২৭৬
তান্ত গহে আসে আনো কুৰুবীৰ যত ।
বজাই বাদ্য ভাণ্ড সবে নিৰ্ভয় মনত ॥
হেন জানি যেন যোগ্য কৰিয়ো আপুনি ।
কৰিলা অধৰ্ম্ম অকাৰণে জানি শুনি ॥ ২৬২৭৭
পৰম পণ্ডিত সুবলিত ধৰ্ম্মৱন্ত ।
জানিয়া তোমাক আসি ধৰ্ম্মে পুছিলন্ত ॥
তুমি তাত মিছা কথা কহিলা সাক্ষাত ।
তোমাৰ কথাত গুৰু কৰিলা সঞ্জাত ॥ ২৬২৭৮
অস্ত্ৰ শস্ত্ৰ এৰি শোকে বসিলা ৰথত ।
সেহি বেলা ধৃষ্টদ্যুম্নে ধৰিয়া কেশত ॥
কাটিলেক শিৰ সুশুনিয়া মোৰ হাক ।
দহয় হৃদয় শোকে সুমৰন্তে তাক ॥ ২৬২৭৯
নজানি তোমাক লোকে বোলে ধৰ্ম্মৰাজ ।
ধৰ্ম্মক দেখায়া মাত্ৰ আচৰা অকাৰ্য্য ॥
পিতৃ যেন পুত্ৰক কৰয় প্ৰতিপাল ।
সেহিমতে আমাক আচাৰ্য্যে চিৰকাল ॥ ২৬২৮০
দুখ সময়ত প্ৰতিপাল পুত্ৰৱত ।
শিখায়াছে সবে দিব্য অস্ত্ৰ আছে যত ॥
এবে সিটো উপকাৰ নোলোৰা মনত ।
বধিল অধৰ্ম্মে অল্প ৰাজ্যৰ লোভত ॥ ২৬২৮১
বন্ধুবধ শোকে ক্ৰোধ কৰি বিপৰীত ।
আসে অশ্বত্থামা খেদি সবাকে বধিত ॥
এবে তাঙ্ক নিবাৰণ কৰিয়া কান্ত ।
ৰাখা পাঞ্চালক যদি আছয় শকত ॥ ২৬২৮২
মই যুঝি জিবো অশ্বত্থামাক সম্প্ৰতি ।
তানে অস্ত্ৰঘাতে মৰোঁ হৌক সম্প্ৰতি ॥
ভাৰ্য্যা পুত্ৰ মিত্ৰ বন্ধু বান্ধৱ [illegible] ।
সবাতে অধিক মোক [illegible] ॥২৬২৮৩

হেনয় গুৰুক ৰাজ্যলোভে সংহাৰিয়া।
অদ্যাপি জীৱন্তে আছোঁ প্ৰাণ নেতেজিয়া ॥
ইটো পাপে নৰক ভুঞ্জিবো চিৰকাল।
এতেকে জীয়াত কৰি মৰণেসে ভাল ॥ ২৬২৮৪
এতেক বোলন্তে শোক অগ্নি গৈল জ্বলি।
অসন্তোষে অধোমুখে ৰৈল মহাবলী ॥
দেখি ৰাজাগণে কেৱে নেদিলা উত্তৰ।
মৌনে ৰহিলন্ত যুধিষ্ঠিৰ নৃপবৰ ॥ ২৬২৮৫
নুবুলিলা প্ৰিয় কিছু অপ্ৰিয় বচন।
পাচে ভীমে ক্ৰোধে তাঙ্ক কৰি নিৰীক্ষণ ॥
বোলন্ত অৰ্জ্জুন শুন বচন আমাৰ।
কিসক কৰহ নৃপতিক অহঙ্কাৰ ॥ ২৬২৮৬
যুধিষ্ঠিৰ নৃপতি নজানে ধৰ্ম্মাধৰ্ম্ম।
নাৰায়ণে কিছু নজানন্ত তত্ত্ব মৰ্ম্ম ॥
যতী সতী ব্ৰহ্মচাৰী বনবাসী যত।
নজানে ধৰ্ম্মক তাৰাসবে স্বৰূপত ॥ ২৬২৮৭
দ্ৰোণেসে জানন্ত মাত্ৰ ধৰ্ম্মৰ বিচাৰ।
এতেকেসে ব্ৰহ্ম অস্ত্ৰ কৰিয়া প্ৰহাৰ ॥
অসংখ্যাত ক্ষুদ্ৰ ক্ষত্ৰীগণ বিনাশিলা।
যেন হুতাশন ভক্ষাভক্ষক বাচিলা ॥ ২৬২৮৮
অভিমন্যু কুমাৰ আমাৰ প্ৰাণপ্ৰায়।
বধিলেক দ্ৰোণে তাকো কৰিয়া উপায় ॥
তথাপি বোলাহা ইষ্ট ধৰ্ম্মনিষ্ঠ দ্ৰোণ।
আমাক নিৰ্ন্দিয়া ভাল বখানাহা গুণ ॥ ২৬২৮৯
ব্ৰাহ্মণৰ ক্ষত্ৰিয়ৰ ধৰ্ম্ম যেন মত।
পূৰ্বত শুনিছোঁ ব্যাসদেৱৰ মুখত ॥
কায়দণ্ড মনদণ্ড দণ্ড বচনৰ।
ইসব প্ৰমুখে জাতি ধৰ্ম্ম ব্ৰাহ্মণৰ ॥ ২৬২৯০
ক্ষত্ৰিয়সকলে ধৰ্ম্ম ৰক্ষা কৰিবেক।
সমৰত দাৰুণ প্ৰহাৰ সহিবেক ॥
মাৰিবেক শত্ৰু সত্য প্ৰতিপালিবেক।
তেৱেসে তাহাৰ যশ কীৰ্ত্তি বাঢ়িবেক ॥ ২৬২৯১
অচিৰ কালতে সিটো হুবে ক্ষিতিপতি।
হেন ক্ষত্ৰিয়ৰ ধৰ্ম্ম জানিবা সম্প্ৰতি ॥

তথাপিতো আমাক কিসক কৰ কষ্ট।
পৰধৰ্ম্ম আচৰিলে ধৰ্ম্ম হৈল নষ্ট ॥ ২৬২৯২
পৰধৰ্ম্ম আচৰন্তে পিন্ধিলোহো ছাল।
পৰধৰ্ম্মে বনত বঞ্চিলো চিৰকাল ॥
পৰধৰ্ম্ম আচৰণে দুষ্ট দুঃশাসন।
দ্ৰৌপদীক সভাত কৰিল বিবসন* ॥ '৯৩ *বিবস্ত্ৰ
নপুংসক যেন চাহি আছিলোঁ লগত।
নকৰিলোঁ ক্ৰোধ পৰধৰ্ম্মে হুয়া ৰত ॥
এবে সিটো দুখ সুমৰন্তে অনুক্ষণ।
জাতিৰ ধৰ্ম্মত প্ৰৱৰ্ত্তিল মোৰ মন ॥ ২৬২৯৪
ক্ষত্ৰিয়ৰ ধৰ্ম্মে থাকি নিজ বাহুবলে।
পিতৃ পিতামহ গুৰু বধিবো সকলে ॥
যুদ্ধৰ পূৰ্বতে কৰিয়াছা অঙ্গীকাৰ।
ধৰ্ম্মাধৰ্ম্ম সমৰত নাহিকে বিচাৰ ॥ ২৬২৯৫
তই পুনু পূৰ্বে কৰিছিলি অঙ্গীকাৰ।
বধিবো সবাকে যুদ্ধে নকৰি বিচাৰ ॥
এবে ধৰ্ম্ম বখানস সবাৰে আগত।
আমাক নিন্দিয়া কহ দ্ৰৌণিৰ মহত ॥ ২৬২৯৬
কৌৰৱদলত সিংহনাদ বিপৰীত।
শুনি বীৰগণ হুই আছে ভয়ভীত।
তাতে তই বাক্যশৰ কৰস প্ৰহাৰ।
ঘাৱত ঘসস যেন আনি চোখা খাৰ ॥ ২৬২৯৭
তোৰ বিক্ৰমৰ ষোল ভাগৰ ভাগক।
কদাচিতো অশ্বত্থামা সম নুহিবেক ॥
তথাপি তাহাৰ তই বখানস গুণ।
দ্ৰৌণিক যুঁজিবে তোৰ নলাগে অৰ্জ্জুন ॥ ২৬২৯৮
নলাগে যুঁজিবে আনো বীৰসকলৰ।
কুৰুগণ কদনণ কৰিবো একেশ্বৰ ॥ ণবিনাশ
মোৰ পৰাক্ৰম দেখন্তোক সুৰাসুৰ।
বৃক্ষ বন পৰ্বত গদায়ে কৰো চুৰ ॥ ২৬২৯৯
শৰজালে দশোদিশ পূৰিবো গগন।
পৃথ্বী বিদাৰিবো মাৰিবোহো দুৰ্য্যোধন ॥
উদ্ধাৰিবো দ্ৰৌপদীৰ হৃদয়ৰ শাল।
হত শত্ৰু হুইব যুধিষ্ঠিৰ মহীপাল ॥ ২৬৩০০

কৰন্তোক ৰাজ্য পালন্তোক সন্তলোক।
ধৃতৰাষ্ট্ৰ মন্দমতি পাউক পুত্ৰশোক॥
এহিমতে গৰ্জ্জন্তে আছন্ত বৃকোদৰ।
অনন্তৰে ধৃষ্টদ্যুম্ন ক্ৰোধে বীৰবৰ॥ ২৬৩০১
পূৰ্বে নৃসিংহক যেন হিৰণ্যকশিপু।
সেহিমতে তৰ্জ্জিয়া গৰ্জ্জিয়া দেৱৰিপু॥
বোলন্ত অৰ্জ্জুন শুন বচন আমাৰ।
কিসক নিন্দস শাস্ত্ৰ নকৰি বিচাৰ॥ ২৬৩০২
যাৰ যেন জাতি ধৰ্ম্ম তাকেসে কৰিব।
পৰম ধৰ্ম্মক কদাচিতো নছাৰিব॥
ব্ৰাহ্মণ জাতিৰ ধৰ্ম্ম পঢ়ন পাঠন।
যাজন যজন ধন প্ৰতিগ্ৰহদান॥ ২৬৩০৩
তাক এৰি কৰে দ্ৰোণে ক্ষত্ৰিয়ৰ ধৰ্ম্ম।
ব্ৰহ্ম অস্ত্ৰে মাৰি সেনা কৰিল অধৰ্ম্ম॥
পৰধৰ্ম্ম কৰে যিটো সেহিসে পাষণ্ড।
এতেকে কৰিলোঁ মই যথোচিত দণ্ড॥ ২৬৩০৪
বিশেষত দ্ৰোণবধে যজ্ঞত জন্মিলোঁ।
প্ৰতিজ্ঞা সাম্ফলি দ্বিজাধমক বধিলোঁ॥
পিতৃৰ পুত্ৰৰ ঋণ সুজিলোঁ স্বধৰ্ম্মে।
উদ্ধাৰিলোঁ সত্যধৰ্ম্ম নৃপতিৰ কৰ্ম্মে॥ ২৬৩০৫
ৰথত থাকন্তে কাটি লওঁ খাণ্ডা হানি।
তেৱে কেনে আমাক বোলস নিন্দাবাণী॥
অধৰ্ম্মীক ধৰ্ম্মী বুলি কৰয় কথন।
কালকূট বিষ সম সিসব বচন॥ ২৬৩০৬
ধৰ্ম্মীক অধৰ্ম্মী যিটো পুৰুষে বোলয়।
হৰে পূৰ্ব পুণ্য তাৰ অধৰ্ম্ম হোৱয়॥
আসে অশ্বত্থামা পিতৃশোকে যুজিবাক।
নোৱাৰোহো যদি আপোনাক ৰাখিবাক॥ ২৬৩০৭
তেৱে তাৰ অস্ত্ৰে পৰি যাইবো ব্ৰহ্মলোক।
সন্মুখ সমৰে মৰি তাত কোন শোক॥
ইসে মহাদুখ গুৰুঘাতী বোলে মোক।
তোৰ কৰ্ম্মচয় নজানয় যেন লোক॥ ২৬৩০৮
বাসৱৰ সখি ভগদত্ত নৃপবৰ।
পিতৃৰ সখিয়ে সিটো বাপ সমসৰ॥
তাৰ বধ কালে ধৰ্ম্ম নাছিল মনত।
আজি বৰ ধনঞ্জয় হৈল ধৰ্ম্মৱন্ত॥ ২৬৩০৯
জ্ঞানবৃদ্ধ বয়োবৃদ্ধ সৰ্ব গুণান্বিত।
সম্বন্ধতো পিতামহ জগতে বিদিত॥
অন্নে আচ্ছাদনে পাণ্ডোভাইক পুষিলন্ত।
সবাতো অধিক তোক স্নেহ কৰিলন্ত॥ ২৬৩১০
হেন ভীষ্ম বধ কালে ধৰ্ম্ম নস্মৰিলি।
আজি ধনঞ্জয় তই ধৰ্ম্মশীল হৈলি॥
পাণ্ডুৰৰ ক্ষেত্ৰে বাসৱৰ বীৰ্য্যে জাত।
বলবীৰ্য্য পৰাক্ৰম জগতে প্ৰখ্যাত॥ ২৬৩১১
তথাপি আগতে তোৰ দুষ্ট দুঃশাসন।
দ্ৰৌপদীক সভাত কৰিল বিবসন॥
সিকালত ক্ৰোধ তোৰ নহৈল তাহাক।
দ্ৰোণবধে বাৰম্বাৰ নিন্দস আমাক॥ ২৬৩১২
সম্বন্ধত থাকিয়া তোহোৰ ভৈলো বশ।
সিকাৰণে মোক বহুবাৰ কদৰ্থস॥
কৰপাৰি কুঞ্জৰে তোলয় মাহুতক।
উপৰত উঠি সেহি মনুষ্যে গজক॥ ২৬৩১৩
বচনে প্ৰহাৰে কতো অঙ্কুশে খোচয়।
তোৰ ঠাই আসি মোৰ হৈল হেনময়॥
ক্ৰুৰ দ্ৰোণে মাৰিলেক পিতৃক পুত্ৰক।
অসংখ্যাত ক্ষত্ৰীগণ বান্ধৱবৰ্গক॥ ২৬৩১৪
মোক বধিবাক দ্ৰোণে কৰিলা যতন।
ময়ো তাক বধিবাক কৰিলোঁহো পণ॥
নোৱাৰিলা মোক কাটিলোঁহো তাৰ শিৰ।
তই কেন বাক্যবজ্ৰ কৰস প্ৰহাৰ॥ ২৬৩১৫
দ্ৰৌপদীৰ প্ৰীতি অৰ্থে পাক ভাগিনৰ।
কৰিলোহো ক্ষমা তোৰ দায় ইবাৰৰ॥
পুনৰপি যদি মোক বোল অযুক্তক। অযোগ্য কথা
অচিৰ কালত তেৱে যাইবি যমঘৰ॥ ২৬৩১৬
একোজনে লাখ লাখ কৌৰৱ সংহৰি।
তোৰ অৰ্থে আমাৰ [illegible] সৈন্য মৰি॥
আছে অৱশেষ অল্প সেনা [illegible]।
যুধিষ্ঠিৰ নৃপতিৰ কাৰ্য্য [illegible]॥ ২৬৩১৭

এতেকে দোষক গুণ বুলিতে খুৱাই।
গুণে দোষ আৰোপণ সহন নযায় ॥
এহি বুলি ক্ৰোধে ধৃষ্টদ্যুম্ন মৌনে ৰৈল।
শুনি বীৰগণ সবে নিশবদ হৈল ॥ ২৬৩১৮
হেন শুনি সব্যসাচী ক্ৰোধদৃষ্টি চায়া।
সজল নয়নে দীৰ্ঘ নিশ্বাস তেজিয়া ॥
গদ গদ বাক্য ধিক ধিক বুলি বৈল।
শুনি বীৰগণে সবে নিশবদ হৈল ॥ ২৬৩১৯
দুয়ো সলজ্জিত শোক দেখি অৰ্জ্জুনৰ।
পাচে ক্ৰোধে যুযুধানে দিলন্ত উত্তৰ ॥
শুনা দুৰাচাৰ ধৃষ্টদ্যুম্ন কুলাঙ্গাৰ।
কৰি উগ্ৰপাপ আৰো গুৰুক আমাৰ ॥ ২৬৩২০
বাৰম্বাৰ ধিক্কাৰ কৰস সমাজত।
এৰি লাজ বখানস আপন মহত্ব ॥
ধিক তোৰ বচন জীৱন তোৰ ধিক।
শত খণ্ড হুয়া জিহ্বা নপৰয় কিক ॥ ২৬৩২১
ক্ষণেকো জীৱাৰ তোৰ নুহিকে উচিত।
যাদব পাণ্ডৱ মধ্যে হৈলি সুনিন্দিত ॥
যেতিক্ষণে কেশত ধৰিয়া টানি আনি।
কাটিলি দ্ৰোণৰ শিৰ চন্দ্ৰহাস হানি ॥ ২৬৩২২
সেহিক্ষণে স্বৰ্গহন্তে নৰকে দুৰ্ঘোৰ।
ভৈল পাত দুই সাত পুৰুষ যে তোৰ ॥
সূৰ্য্যক চাহিবে লাগে তোৰ মুখ চাই।
দৰশনে পাপগণ তেৰেসে এৰাই ॥ ২৬৩২৩
তই যদি গুৰুক নিন্দস আৰোবাৰ।
তেবে গুৰুতৰ গদা কৰিয়া প্ৰহাৰ ॥
শত খণ্ড কৰিয়া ভাঙ্গিয়া শিৰ খুলি।
পঠাই দিবো পাচে যম সদনক বুলি ॥ ২৬৩২৪
হেন শুনি ধৃষ্টদ্যুম্নে বোলে হাসি হাসি।
দেখি কেনমতে গদা প্ৰহাৰস আসি ॥
পূৰ্বাপৰে জানোঁ। তই যেন মত্ত শৰ।
ভূৰিশ্ৰৱা ভাৱনা কৰিলা কালি দূৰ ॥ ২৬৩২৫
চুলি ধৰি হৃদয়ত লাথিৰ প্ৰহাৰ।
ভূমিত পাৰিয়া মাৰিলেক বাৰম্বাৰ ॥

তথাপিতো আপোনাক বোলাৱস কাজি।
কালিৰ কাহিনী তই পাসৰিলি আজি ॥ ২৬৩২৬
হেনয় স্বভাৱ আছে ইতৰ জনৰ।
অল্পকো বিস্তৰ দোষ দেখয় পৰৰ ॥
পৰ্বত সমান পাপ যদি আচৰয়।
তথাপিতো আপোনাৰ দোষ নেদেখয় ॥ ২৬৩২৭
ভূৰিশ্ৰৱা উপৰক তুলিয়া খাণ্ডাক।
কেশত ধৰিয়া তোক চাইলা কাটিবাক ॥
হেন দেখি ধনঞ্জয় মাৰি দিব্যশৰ।
প্ৰহাৰিলা খাণ্ডাসমে কাটিলেক কৰ ॥ ২৬৩২৮
ভুজচ্ছেদে ভূৰিশ্ৰৱা বসি শৰাসনে।
বিষ্ণুক চিন্তিবে লৈলা মৰিবাক মনে ॥
হাতৰ এৰায়া তাক ঘাস কাটিবাক।
নৃপতিসকলে দেখি তোক দিলে হাক ॥ ২৬৩২৯
তথাপিতো তাসম্বাৰ বাক্য অনাদৰি।
কাটিলি তাহাঙ্ক ধৰ্ম্মপথ পৰিহৰি ॥
হেন ক্ৰুৰ কৰ্ম্ম কৰি সবাৰে আগত।
আমাক নিন্দস আজি পণ্ডিতৰ মত ॥ ২৬৩৩০
যৈতে যৈতে পৰাভৱ কৰে পাণ্ডৱক।
তৈতে তৈতে আগ হুয়া যুঁজো আচাৰ্য্যক ॥
আছে ৰথে ব্ৰহ্ম অস্ত্ৰে মাৰে প্ৰজাগণ।
হেনয় দ্ৰোণক ৰণে কৰিলোঁ। নিধন ॥ ২৬৩৩১
তথাপি অধৰ্ম্মী মই ধৰ্ম্মী তেবে কোন।
আচাৰ্য্য প্ৰমুখ্যে কৌৰৱৰ কথা শুন ॥
অধৰ্ম্ম কৰিয়া ধৰ্ম্মৰাজাক বঞ্চিল।
অধৰ্ম্ম কৰিয়া দ্ৰৌপদীক দুখ দিল ॥ ২৬৩৩২
অধৰ্ম্ম কৰিয়া ধন ধৰণী হৰিল।
অধৰ্ম্ম কৰিয়া অভিমন্যুক বধিল ॥
অধৰ্ম্ম কৰিয়া ঘোৰ বনবাস দিল।
অধৰ্ম্ম কৰিয়া শল্য নৃপতিক নিল ॥ ২৬৩৩৩
আনো নানা অধৰ্ম্ম কৌৰৱে আচৰিল।
শুন যেন পাপ পাণ্ডুসকলে কৰিল ॥
আমাৰ কনিষ্ঠ শিখণ্ডীক কৰি আগ।
বধিলা অৰ্জ্জুনে দেৱব্ৰত মহাজন ॥ ২৬৩৩৪

কাটিলেক আৰো ভূৰিশ্ৰবাৰ হাতক।
অধৰ্ম্মে কৰিল ৰক্ষা তোহোৰ মস্তক ॥
ভুজচ্ছেদে ভূৰিশ্ৰবা এৰি তোক পাচে।
ব্ৰহ্মে মন লগাই পদ্মাসনে বসি আছে ॥ ২৬৩৩৫
সেহি সময়ত লাজ কাজ পৰিহৰি।
কাটিলি তাহাৰ শিৰ অধৰ্ম্ম আচৰি ॥
আজি কেনমতে আসি ধৰ্ম্ম বখানস।
ৰাজ সমাজৰ মাজে আমাক নিন্দস ॥ ২৬৩৩৬
তথাপি সহিলো দোষ তোৰ বাৰেকৰ।
পুনৰপি মুখত নানিবি অনুত্তৰ ॥
ৰাধা মুশুনিয়া যদি বোলস ঠুনাই।
তেবে তোৰ পিতৃলোকে দিবোহো পঠাই ॥ ২৬৩৩৭
পৌৰুষ বচন হেন শুনি পাঞ্চালৰ।
খঙ্গতে কপিলা যুযুধান বীৰবৰ ॥
এৰি ধনুশৰ গদা ধৰি অনিৰ্বাৰ।
ক্ৰোধে আৰকত চক্ষু তেজিয়া ফোকাৰ ॥ ২৬৩৩৮
ৰথহন্তে নামি পাঞ্চালক খেদি যায়।
চৰণৰ চোটে মহীমণ্ডল লৰয় ॥
দেখি বাসুদেৱে বাক্য বুলিলেক হেন।
সাত্যকিক সত্বৰে ৰাখিয়ো ভীমসেন ॥ ২৬৩৩৯
কৃষ্ণৰ বচন পাচে শুনি বৃকোদৰ।
আথ বেথ কৰি বীৰে নামিয়া ৰথৰ ॥
পৱন সঞ্চাৰে খেদি সাত্যকিক পাইল।
আঙ্কোৱালি ধৰি গৈয়া বলে বহুৱাইল ॥ ২৬৩৪০
ধৃষ্টদ্যুম্নে বোলে এৰ এৰ বৃকোদৰ।
কাটি পেলাওঁ শিৰ হানি শনাইত শৰ ॥
জীৱন যুদ্ধত শ্ৰদ্ধা ক্ৰোধ সাত্যকিৰ।
শিনিকো সাম্যতা কৰিবোহো ছেদি শিৰ ॥ ২৬৩৪১
কৰ্ণ কৃপ অশ্বত্থামা আদি কুৰুচয়।
যদি সাত্যকিক ৰক্ষা অৰ্জ্জুনে কৰয় ॥
তথাপি মাৰিবো আক নকৰিবো ৰক্ষা।
অৱশ্যে ৰাখিবো আজি আপোনাৰ কক্ষা ॥ ২৬৩৪২
পাঞ্চালৰ আক্ষেপ শুনিয়া যুযুধান।
ভীমভুজ মধ্যে কোপ কৰি ৰৱ টান ॥

ফোকাই ফুৰে পাক যেন কুম্ভাৰৰ চাক।
বৃকোদৰে বুজান্ত মাধৱে দেন্ত হাক ॥ ২৬৩৪৩
অনন্তৰে সহদেৱ মাদ্ৰীৰ তনয়।
সাত্যকিক বাক্যচয় বুলিলা বিনয় ॥
শুনা শিনিসিংহ যুযুধান বীৰবৰ।
পাঞ্চাল পাণ্ডৱ বৃষ্ণি তিনিয়ো বংশৰ ॥ ২৬৩৪৪
এক দেৱ এক ধৰ্ম্ম সবে এক প্ৰাণ।
কৃষ্ণ আজ্ঞা বিনে কাৰো কৰ্ম্ম নাহি আন ॥
আজি আপোনাৰ মধ্যে কন্দল কিসৰ।
এতেকে এৰিয়ো ক্ৰোধ বচনে কৃষ্ণৰ ॥ ২৬৩৪৫
ধৰ্ম্মৰাজে আসি পাচে শান্ত কৰিলন্ত।
ক্ৰোধ এৰি সাত্যকি ৰথত চৰিলন্ত ॥
ক্ষণেকে গুচয় ক্ৰোধ সাধুসকলৰ।
কদাচিতো কপট নুগুচে দুৰ্জ্জনৰ ॥ ২৬৩৪৬
হেন জানি অসাধুৰ সঙ্গ পৰিহৰি।
শুনা কৃষ্ণকথা সাধু সঙ্গ অনুসৰি ॥
দামোদৰ দাসে কহে এৰি আন কাম।
সমস্তে সমাজে ডাকি বোলা ৰাম ৰাম ॥ ২৬৩৪৭

---

নাৰায়ণ অস্ত্ৰৰ কথা

ছুলড়ী

সঞ্জয় বদতি শুনা কুৰুপতি
কথা আত অনন্তৰে।
সাত্যকিক শান্ত কৰি সহদেৱে
ভীম ধৰ্ম্ম নৃপবৰে ॥
পাচে পাঞ্চালক কৰিয়া আশ্বাস
ৰথত চৰিয়া গই।
কুৰুসকলৰ সম্মুখে ৰহিল
হাতে ধনু শৰ লই ॥ ২৬৩৪৮
দেখি পাঞ্চালক পাণ্ডৱবৰ্গক
অশ্বত্থামা দ্ৰোণসুতে।
মন্ত্ৰ মনে স্মৰি সিংহনাদ কৰি
ধৰি [illegible] ॥

নাৰায়ণ অস্ত্ৰ জুৰিয়া গুণত
প্ৰহাৰ পাচে কৰিল।
গহীন গম্ভীৰ গমন সুস্থিৰ
গগনে গৈয়া ৰহিল ॥ ২৬৩৪৯
প্ৰলয় কালত যেন আকাশত
উদিত আদিত্য আসি।
সেহিমতে অস্ত্ৰ পাট প্ৰকাশিয়া
সূৰ্য্যৰ তেজ বিনাশি ॥
পাচে সেহি অস্ত্ৰ হন্তে নানা অস্ত্ৰ
অসংখ্যাত বাহিৰাইল।
দিশ যে বিদিশ পৃথিবী ঢাকিল
গগনমণ্ডল ছাইল ॥ ২৬৩৫০
দেখি অস্ত্ৰজাল পাণ্ডৱ পাঞ্চাল
সোমক সৃঞ্জয়গণে।
লক্ষ্য কৰি বাণ কৰিলা সন্ধান
অস্ত্ৰ নিবাৰিবে মনে ॥
পৰি শৰে শৰ বীৰসকলৰ
অস্ত্ৰ ভস্ম হুয়া গৈল।
দ্ৰোণৰ পুত্ৰৰ শৰ নিৰন্তৰ
একৈক সহস্ৰ হৈল ॥ ২৬৩৫১
সেহি অস্ত্ৰ পৰি অসংখ্যাত মৰি
পূৰিল মহীমণ্ডল।
মহাৰথী যত হৈল আশকত
পলাইল সেনাসকল ॥
শূন্য ৰণস্থলী দেখি মহাবলী
ধৰ্ম্মৰাজা যুধিষ্ঠিৰে।
ক্ৰোধে অৰ্জ্জুনক বীৰসকলক
বুলিলা উচ্চস্বৰে ॥ ২৬৩৫২
শুনিয়ো পাঞ্চাল কোশল ভূপাল
শুনা বাপ যুযুধান।
শুনা ধৃষ্টদ্যুম্ন শিখণ্ডী বিজয়
শুনা ৰাজা চেকিতান ॥
এৰিয়া সমৰ চলিয়ো সত্বৰ
যেবে নাৰাখিলা ঐক।

লাজ পৰিহৰি যাহা শীঘ্ৰ কৰি
প্ৰাণৰক্ষা পৰে যৈত ॥ ২৬৩৫৩
বীৰ বৃকোদৰ নকুল অপৰ
সহদেব সমন্বিত।
অৰ্জ্জুনক মই আনন্দ কৰাই
প্ৰবেশিবো অগনিত ॥
চাৰিয়ো সোদৰ গৈল যমঘৰ
ফাল্গুনীৰ হৈব ৰঙ্গ।
মনোৰথ তাৰ তেৰেসে পূৰিব
গুচিবে আমাক খঙ্গ ॥ ২৬৩৫৪
বয়সে বালক নজানে যুদ্ধক
হেনমত সৌভদ্ৰক।
বধিলেক দ্ৰোণে তথাপি অৰ্জ্জুনে
বখানে তানে ধৰ্ম্মক ॥
এৰিয়া স্বধৰ্ম্ম ক্ষত্ৰিয়ৰ কৰ্ম্ম
কৰিলে দ্ৰোণে পূৰ্বত।
তাকো পৰিহৰি ব্ৰহ্ম অস্ত্ৰ ধৰি
বধিলা সেনা যুদ্ধত ॥ ২৬৩৫৫
ব্যাধেয়ো নাচৰে হেন কৰ্ম্ম কৰে
তথাপি ধৰ্ম্মিষ্ঠ দ্ৰোণ।
তাহাঙ্ক সমৰে বধিলাত যবে
আমাক নিন্দে অৰ্জ্জুন ॥
ধৰ্ম্মক চাহিয়া ৰাজ্যক ছাৰিয়া
ভুঞ্জিলোঁ বনে নিকাৰ।
পাচে বৰিষেক দাস হুয়া মই
আছিলোঁ মৎস্য ৰাজাৰ ॥ ২৬৩৫৬
তথাপিতো জ্ঞাতি গুৰু বধ ভয়ে
নকৰিলোঁ যুদ্ধ মন।
পাঞ্চখানি গ্ৰাম খুজিয়া পঠাইলোঁ
নেদিলেক দুৰ্য্যোধন ॥
দ্বৈপায়ন মুনি বুলিলা আপুনি
কৃষ্ণয়ো গৈলা সভাত।
ভীষ্ম দ্ৰোণ কৃপ শৈল্য মাতুলত
পুছিলোঁ মই পূৰ্বত ॥ ২৬৩৫৭

আপোনাৰ মৃত্যু আপুনি আমাত
কহিলন্ত ভীষ্ম দ্ৰোণে।
বাক্যে তাসবাৰ কৰিলা সংহাৰ
তথাপি নিন্দে অৰ্জ্জুনে॥
হত ভৈল দ্ৰোণী হেন কথা শুনি
আমাত গুৰু পুছিলা।
অশ্বথামা হত কুঞ্জৰ কহিতে
প্ৰজায়ে জোকাৰ দিলা॥ ২৬৩৫৮
সিকাৰণে শেষ বাক্য নুশুনিল
মোৰ অপৰাধ কিবা।
আগবাঢ়ি তাক কেনে নকহিলা
আমাক নিন্দন যিবা॥
দ্ৰোণক বধিতে যজ্ঞত বহ্নিত
ধৃষ্টদ্যুম্ন উপজিছে।
বচনে পিতৃৰ কাটিবাক শিৰ
প্ৰতিজ্ঞা আৰো কৰিছে॥ ২৬৩৫৯
সত্য প্ৰতিপাল কৰিয়া পাঞ্চাল
দ্ৰোণৰ শিৰ কাটিল।
ইসব কাহিনী ধনঞ্জয় জানি
কিসক তাক আনিল॥
কোন ধৰ্ম্মৱন্তে পুৰুষ মহন্তে
অঙ্গীকাৰ নপালিছে।
ক্ষত্ৰিয়ৰ বীৰ্য্যে জনম লভিয়া
কোনেনো সত্য ছাৰিছে॥ ২৬৩৬০
তথাপি আমাক অৱজ্ঞা কৰিয়া
অৰ্জ্জুনে নিন্দা কৰয়।
ৰক্ষা কৰিবাক পাৰন্ত আমাক
সেনাগণ নৰাখয়॥
কৃষ্ণৰ প্ৰসাদে ভীষ্ম গুৰু দ্ৰোণে
সাগৰ সুখে তৰিলোঁ।
গৰুৰ খুৰাৰ জলত সম্প্ৰতি
স্বগণ সমে মৰিলোঁ॥ ২৬৩৬১
হেন ভগৱান আমাৰ কল্যাণ
চিন্তিয়োক ঋষীকেশ।
মহা ভয়াতুৰ সৈন্যসকলক
দিয়া হিত উপদেশ॥
তোমাৰ অভয় চৰণে আশ্ৰয়
কৰিয়া মই পূৰ্ব্বত।
মহা বলৱন্ত কৌৰৱ সহিত
প্ৰবৰ্ত্তিলোঁ সমৰত॥ ২৬৩৬২
এতেকে আমাক লাগে ৰাখিবাক
অপেক্ষা কৰা কিসক।
তুমি বিনে আন কোনে পৰিত্ৰাণ
কৰিবেক পাণ্ডৱক॥
ধৰ্ম্মৰ কাতৰ বচনে কৃষ্ণৰ
কৰুণা বৰ জন্মিল।
ৰাজাৰ বদন কৰি নিৰীক্ষণ
বচন হেন বুলিল॥ ২৬৩৬৩
তুমি নৃপবৰ নকৰিবা ডৰ
আমাৰ বচন শুনা।
ক্ষত্ৰীগণ যত হৌক ভূমিগত
এৰোক ৰথ আপোনা॥
গদা মুদগৰ পৰশু তোমৰ
অপৰ অস্ত্ৰ সমস্ত।
পেলাউক সত্বৰ আউক নিৰন্তৰ
কৃতাঞ্জলি কৰি হস্ত॥ ২৬৩৬৪
তেবে নাৰায়ণ অস্ত্ৰ নিবাৰণ
হৈবেক শীঘ্ৰে সম্প্ৰতি।
আনমতে আক শান্ত কৰিবাক
নাহিকো কাৰো শকতি॥
এতেক বচন বুলি নাৰায়ণ
সব্যসাচী সমন্বিত।
যুদ্ধৰ সমূহ এৰিয়া ত্বৰিত
বহিলন্ত সকীত॥ ২৬৩৬৫
দেখি ধৰ্ম্মৰাজ এৰি শৰ সাজ
ৰথৰ হন্তে নামিলা।
সাত্যকি শিখণ্ডী [illegible] সমে
নকুলো [illegible]

ধৃষ্টদ্যুম্ন আদি আনো বীৰগণ
সমস্তে ৰথ এৰিলা।
অস্ত্ৰক সাদৰি কৰযোৰ কৰি
ভূমিষ্ঠ হুয়া ৰহিলা ॥ ২৬৩৬৬
নাহি সিংহনাদ শঙ্খৰ শবদ
নিশব্দে সবে ৰৈল।
দণ্ড ছত্ৰ যত পেলাইল সমস্ত
কাস পৰি ক্ষিন গৈল ॥
অস্ত্ৰক প্ৰণাম কৰি হৰিনাম
লবে দশোদিশ ছাদি।
তনু তাসম্বাৰ নদহয় আৰ
শীতলে ৰহন্ত ৰঙ্গি ॥ ২৬৩৬৭
নোপোৰয় অস্ত্ৰ হৈল সবে সুস্থ
পাণ্ডৱৰ বীৰগণ।
কৃষ্ণৰ প্ৰসাদে এৰাইল প্ৰমাদ
সবাৰে মুখ প্ৰসন্ন ॥
আত অনন্তৰে বীৰ বৃকোদৰে
কৃষ্ণৰ বাক্য নাদৰি।
দিব্য ৰথে চৰি অধৰ কামুৰি
কোদণ্ড* প্ৰচণ্ড ধৰি ॥২৬৩৬৮ *ধনু
কৰি সিংহনাদ শঙ্খৰ সম্বাদ
বাহুত মাৰিয়া দাপি।
হাত তালি বাই পৃথিবী কম্পাই
ক্ৰোধে খেদি যাই হাপি ॥
গুৰু ভঙ্গ কৰি যেহেন কেশৰী
কৰন্ত ৰব আক্ৰান্ত।
অৰুণ নয়ন ফুৰাই ঘনে ঘন
দশন চোবাবন্তে যান্ত ॥ ২৬৩৬৯
কৃষ্ণে দেন্ত হাক শুশুনন্ত ডাক
নাহি কোপ উপশাম।
দেব অস্ত্ৰবৰ প্ৰহাৰন্ত শৰ
নেৰন্তে বীৰে সংগ্ৰাম ॥
নাৰায়ণ অস্ত্ৰে এৰিয়া সমস্তে
শৰণাগত অবক্ষ।
পাণ্ডৱৰ শৰ দহি নিৰন্তৰ
বেঢ়িল ভীমসেনক ॥ ২৬৩৭০
শূল শক্তি গদা মুষল মুদগৰ
পৰয় পৰিঘ আসি।
পাচে পাণ্ডৱৰ আস্ত্ৰৰ পাপ্লৰ
ধৰিলন্ত গণি গ্ৰাসি ॥
ৰথৰ শলকা চিৰণ পতাকা
ঝুৰলি জোট নিচানি।
ভীমৰ ৰথৰ ধ্বজ ইষাদণ্ড
পোৰয় প্ৰচণ্ড বহ্নি ॥ ২৬৩৭১
শৰীৰৰ বস্ত্ৰ পোৰয় সমস্ত
কবচে লাগিল জুই।
তথাপিতো কদা- চিতো বৃকোদৰ
সমৰে কাতৰ নুই ॥
নাহি ত্ৰৰ ভঙ্গ প্ৰমত্ত মাতঙ্গ
বাঢ়ি আসে যাই খঙ্গ।
ধনু টানি টানি বাছি বাছি আনি
প্ৰহাৰন্ত শৰসঙ্গ ॥ ২৬৩৭২
নাদয় যতেক বাঢ়য় ততেক
প্ৰবল হৈল অনল।
দশো দিশে বেঢ়ি হাহাকাৰ বোল
কৰয় সেনাসকল ॥
ভীমৰ দাৰুণ কৰ্ম্ম দেখি পাচে
বীৰগণ নিৰন্তৰ।
বোলে বৃকোদৰ এৰা ধনুশৰ
সত্বৰে নামা ৰথৰ ॥ ২৬৩৭৩
তাসম্বাৰ হাক ডাক সুশুনয়
ক্ৰোধে ভীম অচেতন।
দেখি যদুৰায় অৰ্জ্জুনক চাই
বুলিলা হেন বচন ॥
হেৰা প্ৰাণসখি কিসক আপেক্ষি
আছা ইথানত ৰই।
মায়দেকে ভীম ভস্ম নাহি হুই
ৰথৰ নমোৱা গই ॥ ২৬৩৭৪

কৃষ্ণৰ বচনে ত্বৰিত গমনে
অৰ্জ্জুনে ভীমক পাইল।
কৰে ধৰি টানি ৰথ হন্তে আনি
ভূমিত বলে নমাইল॥
পাচে বৃকোদৰ এৰিয়া সমৰ
মাথা চপৰাই ৰৈল।
গুচিল অনল নপৰে মুষল
অস্ত্র নিবাৰণ হৈল॥ ২৬৩৭৫
দেখি যুধিষ্ঠিৰ ধৰ্ম্ম নৃপতিৰ
আনন্দৰ নাহি পাৰ।
সবাৰে বদন হৈল সুপ্রসন্ন
প্রজাৰ জয় জোকাৰ॥
বাদ্য ভণ্ড বাবে দণ্ড নচুৰাবে
গাবে গুণ মাধবৰ।
অসংখ্যাত ভাটে ভটিমা পঢ়য়
স্তুতি নতি মাধবৰ॥ ২৬৩৭৬
পাচে পাণ্ডবৰ বীৰ নিৰন্তৰ
ধৰ্ম্মৰাজ সমন্বিত।
ভূমিপাৰে আসি আনন্দে কৃষ্ণক
বেঢ়িল সবে ত্বৰিত॥
বৃত্ৰবধ কালে দশ দিকপালে
পূজিলা যেন ইন্দ্রক।
সেহিমতে সবে পাণ্ডুগণে স্তুতি
কৰিল আসি কৃষ্ণক॥ ২৬৩৭৭
কতো ভক্তিভাবে পৰি কৃষ্ণপাৰে
কতো নমে দূৰে থাকি।
কতো কতো নৰে পৰম সাদৰে
কৃষ্ণ কৃষ্ণ বোলে ডাকি॥
কতো ৰূপ চাই আছে মূঢ় প্রায়
কতো নাচে আনন্দত।
কতো বীৰগণ কৰে আলিঙ্গন
কৃষ্ণক ধৰি মনত॥ ২৬৩৭৮
বান্ধবে আজত গুচিল সমস্ত
বান্ধবৰ শোক দুখ।
তদগত যে মন হুয়া বীৰগণ
পাইলা ব্রহ্মানন্দ সুখ॥
পাচে নাৰায়ণ মধুৰ-বচন
সবাহাকে আশ্বাসিলা।
অৰ্জ্জুনক কৰে ধৰি অনন্তৰে
ৰথত গই চৰিলা॥ ২৬৩৭৯
দেখি বীৰগণ আপোন বাহন
উপৰে উঠিল গই।
কুৰুসকলৰ সন্মুখে ৰহিলা
হাতে অস্ত্র শস্ত্র লই॥
নানা বাদ্য ভণ্ড বজাৰে প্রচণ্ড
দণ্ড তুলি উপৰক।
প্রজাৰ ধন্ধাল কৰ্ণে দেই তাল
লজ্জয় যেন স্বৰ্গক॥ ২৬৩৮০
মহা মহোৎসৱ কৰয়ে পাণ্ডৱ
দেখি ৰাজা দুৰ্য্যোধন।
দ্রোণৰ পুত্রৰ চাপিয়া ওচৰ
বুলিলা হেন বচন॥
শুনা গুৰুপুত্র হৈল সবে অন্ত
কপটি কৃষ্ণৰ হন্তে।
আসা ঘৰে যাওঁ ভাগৰ পলাওঁ
আজিকাৰ দিন হন্তে॥ ২৬৩৮১
এহি বুলি ৰাজা বীৰ অশ্বথামা
চলিলা ৰণক এৰি।
দামোদৰ কয় দ্রোণবধ পদ
হৰিৰ চৰণে ধৰি॥
শুনা সভাসদ খণ্ডোক বিষাদ
সম্পদ হৌক উদয়।
কৃষ্ণৰ চৰণে সেৱিবাহা মনে
ৰচিলোহো পদচয়॥ ২৬৩৮২
যাহাৰ ভকতি ত্রিজগত পতি
আপুনি মুক্ত হৈলন্ত।
হেন কৃষ্ণ-পদ কৰি আৰাধন
দ্রোণপৰ্ব্ব হৈল অন্ত॥ ২৬৩৮৩

দ্রোণপৰ্ব্ব সমাপ্ত

অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

## কৰ্ণপৰ্ব্ব

—(*)—

বন্দনা

পদ

জয় জয় জগত কাৰণ নিৰাকাৰ।
তোমাৰ চৰণে কৰোঁ কোটি নমস্কাৰ ॥
হৃদয়ত থকা তুমি পঙ্কজ আসনে।
কন্দৰ্পক জিনি ৰূপ যাহাৰ শোভনে ॥ ২৬৩৮৪
কৰ্ণিকাৰ উপৰে সাক্ষাতে ভগৱন্ত।
অষ্টদলে বসি অষ্ট নায়কে সেৱন্ত ॥
দক্ষিণত লক্ষ্মী যে বামত পৃষ্ণি দাই।
মধ্যে ভগৱন্তক সাক্ষাতে লগ পাই ॥ ২৬৩৮৫
চতুৰ্ভুজ ৰূপে হৰি জগতৰ সাক্ষী।
বিস্ময় হোৱন্ত যোগী যিটো ৰূপ দেখি ॥
শৰীৰত শোভা কৰে পাট বস্ত্ৰ পীত।
মুখকমলক নীল কুন্তলে বঞ্জিত ॥ ২৬৩৮৬
শৰীৰে প্ৰকাশে যাৰ অলঙ্কাৰ শোভা।
চৰণ পঙ্কজ ভকতৰ মনলোভা ॥
ভুবন মোহন ৰূপ মদনক জিনি।
যিটো ৰূপ দেখি হৰ বিস্ময় আপুনি ॥ ২৬৩৮৭
যিটো ৰূপ দেখিবাক অভ্যাসে পাই।
আন এৰি স্মৰে যিটো কৃষ্ণ গুণ গাই ॥
সেহি দুই অৰুণ চৰণে মোৰ গতি।
কৰযোৰ কৰি বোলোঁ ৰাম সৰস্বতী ॥ ২৬৩৮৮
দিয়োক শৰণ কৃষ্ণ নকৰা নৈৰাশ।
কৃপা কৰা তোমাৰ দাসৰো হৈবো দাস ॥

যুধিষ্ঠিৰৰ লগত কৰ্ণৰ ৰণ

শুনিয়োক সৰ্ব্বজন কৰ্ণপৰ্ব্ব পদ।
যুধিষ্ঠিৰ অৰ্জ্জুনৰ যিমত সম্বাদ ॥ ২৬৩৮৯
প্ৰাণৰ সঙ্কট জানি পশিলা ঘৰত।
যুধিষ্ঠিৰে ভঙ্গ দিলা কৰ্ণৰ শৰত ॥
কৃষ্ণে কহিলন্ত পাচে কথা নৃপতিৰ।
শুনি চাহিবাক আইলা ধনঞ্জয় বীৰ ॥ ২৬৩৯০
যুধিষ্ঠিৰে আজিজ্ঞাসি পাৰিলন্ত গালি।
অৰ্জ্জুনয়ো ক্ৰোধত খড়্গাক লৈলা তুলি ॥
মধ্যে পশি কৃষ্ণে পাচে খণ্ডাইলা দুৰ্গতি।
পদবন্ধে নিবন্ধিলা ৰাম সৰস্বতী ॥ ২৬৩৯১
সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ।
অৰ্জ্জুনে সহিতে যুদ্ধ সংশপ্ত দলৰ ॥
আপুনি কৰ্ণক যুঁজে ৰাজা যুধিষ্ঠিৰ।
নকুল সহদেৱ দুয়ো দুৰ্জ্জয় শৰীৰ ॥ ২৬৩৯২
সেহিবেলা কৰ্ণক মাতিলা দুৰ্য্যোধন।
দেখা দেখা কৰ্ণ মোৰ সৈন্যৰ ক্ৰন্দন ॥
তোমাৰ প্ৰভাৱ দৰ্প দেখি অতিশয়।
ৰণত থাকন্তে পাণ্ডৱৰ মহাভয় ॥ ২৬৩৯৩

সমৰৰ বেলা তথু নাহিকে বিক্রম ।
পাণ্ডৱৰ আগে কর্ণ নপুংসক সম ॥
ভালেতো বিছুৰে তোক বুলিছে বিস্তৰ ।
পৰম পণ্ডিত তেহো জানে পুর্ব্বাপৰ ॥ ২৬৩৯৪
বিছুৰৰ বাক্য কিঞ্চিতেক ব্যর্থ নাই ।
মোৰ সৈন্য মৰে দেখা কর্ণ আছে চাই ॥
ৰাজাৰ বচনে কর্ণ লাজ পাইলা বৰ ।
পাণ্ডৱক ক্রোধে তুলি লৈলা ধনুশৰ ॥ ২৬৩৯৫
বোলে হেৰা পাণ্ডৱক পেষোঁ যমপথ ।
শল্য সাৰথিৰ বোলে,জাণ্টে ডাকা ৰথ ॥
চপায়ো সম্বিত যুধিষ্ঠিৰ নৃপতিৰ ।
দেখা আজি কেনে মোৰ যুদ্ধ মহাবীৰ ॥ ২৬৩৯৬
শুনি শল্যে হাসি বোলে জানো পৰাক্রম ।
তথাপিতো অর্জ্জুনে তোমাৰ হৈবে যম ॥
এহিবুলি ডাকিলেক ঘোঁৰা অষ্ট বর্ণ ।
যুধিষ্ঠিৰে দেখে মোক খেদি আসে কর্ণ ॥ ২৬৩৯৭
নৃপতিয়ো বাছি বাছি এক শত শৰে ।
নাকে মুখে কর্ণক তাড়িলা দৃঢ়তৰে ॥
নাকে মুখে পীড়া পাই সুদৃঢ় সন্ধানে ।
থমকি ৰহিলা বীৰ কতোদূৰ মানে ॥ ২৬৩৯৮
পাচে কর্ণ শৰবৃষ্টি কৰিলন্ত আনি ।
যুধিষ্ঠিৰে শৰসব প্রহাৰিলা টানি ॥
সেহিবেলা কর্ণ হানিলন্ত তিনি শৰ ।
দেখি ভঙ্গ মিলিলেক পাণ্ডৱ দলৰ ॥ ২৬৩৯৯
যুধিষ্ঠিৰ নৃপতিক হানিলা সন্ধানে ।
হৃদয়ত পৰি তল গৈলা পুখমানে ॥
যেন তিনিগোটা সর্প পশিলা গর্ত্তত ।
ধনুশৰ এৰি ৰাজা পৰিলা ৰথত ॥ ২৬৪০০
আচোক যুজিবে গায়ো কম্পে তৰতৰি ।
সাৰথিক বোলে ৰথ নিয়োক অন্তৰি ॥
পলাইবেক লাগি যুধিষ্ঠিৰে সাজ ভৈলা ।
ধৰ ধৰ বুলিয়া কৌৰৱে খেদি গৈলা ॥ ২৬৪০১
দ্রুপদ ৰাজাৰ পুত্ৰগণ চাহি আছে ।
ৰাজাক কৌৰৱগণে খেদে পাছে পাচে ॥

দেখি তাক আগবাঢ়ি পথ নিবোধিলা ।
কর্ণেয়ো অকলে সবাহাক যুদ্ধ দিলা ॥ ২৬৪০২
কিটাইলন্ত কর্ণবীৰে হুতাশন সম ।
পাণ্ডৱ দলত যেন প্রবেশিলা যম ॥
কাৰো উৰু কটি কন্ধ গলত কাটিলা ।
মৃতকজনৰ শৰে ভুমি আচ্ছাদিলা ॥ ২৬৪০৩
সিবেলাত ঘোৰ যুদ্ধ ভৈলা বিপৰীত ।
হাহাকাৰ শব্দ মাত্র শুনি চতুর্ভিত ॥
পাঞ্চালসকল মহাব্রহ্মৰ সদৃশ ।
কর্ণৰ সায়ক যেন প্রচণ্ড বতাস ॥ ২৬৪০৪
আই বাপ বুলি দশোদিশে পাৰে গেৰি ।
পলাইলা যুধিষ্ঠিৰ ৰাজাক তাতে এৰি ॥
সিবেলাত যুদ্ধে পৰি পাঞ্চশত ৰথ ।
কর্ণৰ সায়কে মাৰি নিলা যমপথ ॥ ২৬৪০৫
কৰিলন্ত পথ অসংখ্যাত ৰথ ছেদি ।
পুনু যুধিষ্ঠিৰক গৈলন্ত কর্ণে খেদি ॥
দেখি যুধিষ্ঠিৰ আতি ত্রাস ভৈলা বৰ ।
নকুল সহদেৱৰ পাশক দিলা লৰ ॥ ২৬৪০৬
ৰাখা ৰাখা বাপু মোক কর্ণ বাঘে খাই ।
এহিবুলি ৰহিলা দুহাকো সঙ্গ পাই ॥
সেহিবেলা কর্ণে প্রহাৰিলা তিনি শৰ ।
হৃদয়ত পৰিলা ধর্ম্ম নৃপতিৰ ॥ ২৬৪০৭
নকুল সহদেৱ সৰে ৰাজা যুধিষ্ঠিৰ ।
গাৱে গাৱে কর্ণক ভেদিলা তিনি বীৰ ॥
তিনিৰো প্রহাৰ কর্ণে কিটাইলন্ত খজে ।
অঙ্কুশৰ ঘাৱ যেন প্রমত্ত মাতঙ্গে ॥ ২৬৪০৮
যুধিষ্ঠিৰ ৰাজাৰ কাটিলা ধনুখান ।
চাৰি ঘোঁৰা মাৰি সাৰথিৰ লৈলা প্রাণ ॥
ধনুখান হাতত্তে কাটিলা এক শৰে ।
পাণ্ডৱৰ সৈন্যে দেখি হাহাকাৰ কৰে ॥ ২৬৪০৯
তাহাৰ সাৰথি ঘোঁৰা ধনুশৰ ৰথ ।
তিলেকতে কর্ণ [illegible] [illegible] ॥
দেখি যুধিষ্ঠিৰ সহদেৱে [illegible] ।
লৰৰিয়া উঠিলন্ত নকুলৰ ৰথ ॥ ২৬৪১০

যুধিষ্ঠিৰ নৃপতিৰ পৰাজয় যত ।
কৰিলেক হস্তী যেন সিংহৰ হাতত ॥
মহাবীৰ কৰ্ণে আৰে আগ বাঢ়ি যান্ত ।
যুধিষ্ঠিৰে সঘনে শল্যৰ মুখ চান্ত ॥ ২৬৪১১
মনত বোলন্ত মমা কৰিবন্ত ত্ৰাণ ।
তেৱেসে ইবেলি মোৰ ৰক্ষা পৰে প্ৰাণ ॥
ভাগিনৰ মুখ দেখি শল্য নৰেশ্বৰ ।
কৰ্ণৰ মুখক চাহি দিলন্ত উত্তৰ ॥ ২৬৪১২
শুনিয়োক কৰ্ণ তুমি ত্ৰিভুবনে সাৰ ।
জগত বিদিত তুমি যেন বলীয়াৰ ॥
এতকাল, তোমাক পূজয় দুৰ্য্যোধন ।
অৰ্জ্জুন সহিতে যোৰ যুদ্ধৰ কাৰণ ॥ ২৬৪১৩
নকুল সহদেৱ দুয়ো কোমল শৰীৰ ।
মহাসুখী সুকোমল ৰাজা যুধিষ্ঠিৰ ॥
সি কাৰণে এসম্বাত দেখা মুনিষাই ।
অৰ্জ্জুনৰ হাতত সকলে হৈবে ছাই ॥ ২৬৪১৪
নাহি ৰথ ধনুশৰ সাৰথি মৰিল ।
যুদ্ধ এৰি ৰণভূমি হন্তে অন্তৰিল ॥
এৰিয়োক নৃপতিক বচনে আমাৰ ।
যদি যুদ্ধ লাগে অৰ্জ্জুনকে দিয়ো ধাৰ ॥ ২৬৪১৫
তথাপিতো নেৰা যদি শুনা মহাবল ।
ধনঞ্জয় আসিলে লভিবা তাৰ ফল ॥
নকুল সহদেৱক অনেক শৰে ভেদি ।
বিমুখ কৰিয়া ধৰিবাক যান্ত খেদি ॥ ২৬৪১৬
কৰ্ণ সমুদ্ৰত নিমজিলা যুধিষ্ঠিৰ ।
পৰিত্ৰাণ কৰিবাক নাহি একো বীৰ ॥
পুনৰপি কৰ্ণক মাতিলা শল্য ৰায় ।
শুনা কৰ্ণ এক কথা কহো তয়ু ঠাই ॥ ২৬৪১৭
এভো কৰ্ণ নৃপতিক এৰা ভালে ভালে ।
যাৱে নতু খেদি আসে ধনঞ্জয় কালে ॥
বানৰ ধ্বজৰ শুনি আটাস আস্ফোলন ।
ধনুৰ টঙ্কাৰ ৰথ ঘৰ্ঘৰ ৰোল ॥ ২৬৪১৮
মাথা তুলি দেখা কেনে কৌৰব পলায় ।
দূৰতে পলাই অৰ্জ্জুনৰ শৰ পায় ॥

তুমি আমি আন যত বীৰ অসংখ্যাত ।
ধনঞ্জয় কৰিবে সবাৰে কন্ধপাত ॥ ২৬৪১৯
দেখা কেনে সংশপ্তক দলৰ বিপত্তি ।
হাহাকাৰ শবদ শুনিয়ো চতুৰ্ভিতি ॥
তাসবাক বাধিবাক প্ৰতি মহাবল ।
নৃপতিক এৰি অৰ্জ্জুনক লাগি চল ॥ ২৬৪২০
শল্যে যত কহে তাক কটাক্ষে নচান্ত ।
দশ গুণ বেগে আৰো ধৰিবাক যান্ত ॥
নৃপতিয়ো পলাবন্ত দশগুণ প্ৰাণ ।
তেৱে কৰ্ণ প্ৰহাৰিলা অসংখ্যাত বাণ ॥ ২৬৪২১
কৰ্ণৰ সায়কে যেৱে ভেদিলা হৃদয় ।
মূৰ্চ্ছাগত ভৈলা যুধিষ্ঠিৰ মহাশয় ॥
শৰবিষে শৰীৰ কম্পয় তৰতৰি ।
ৰথে টানি নেয় ৰাজা যায় তাতে চৰি ॥ ২৬৪২২
স্মৃতি পাই যুধিষ্ঠিৰে মাথা তুলি চাইলা ।
কৰ্ণ বাঘে খেদে পাচতে ভেট পাইলা ॥
পুনু যথা পলাবয় তথাকে খেদয় ।
কৰ্ণময় সমস্ত জগতক দেখয় ॥ ২৬৪২৩
নাহি পৰিত্ৰাণকৰ্ত্তা নেদেখয় আন ।
তেৱে কৃষ্ণপদক কৰিবে লৈলা ধ্যান ॥
তযু দুই অৰুণ চৰণে মোৰ গতি ।
কৰ্ণ অন্তকৰ ৰক্ষা কৰা যদুপতি ॥ ২৬৪২৪
এহিবুলি চিন্তিলন্ত মনে মাধৱক ।
সেহিবেলা শল্যে খজে মাতিলা কৰ্ণক ॥
অন্যায়ক লাগি কৰ্ণ এনয় আক্ৰোশ ।
বিমুখজনক পাচে খেদা বৰ দোষ ॥ ২৬৪২৫
তথাপিতো খেদা যদি অন্যায়ক মতি ।
দুৰ্য্যোধন নৃপতিৰ দেখা কেন গতি ॥
ভীমে মাৰিলন্ত তান সেনা নিৰন্তৰ ।
পাচে পাচে খেদন্ত পলান্ত একেশ্বৰ ॥ ২৬৪২৬
দুৰ্য্যোধন ৰাজা যেৱে ভীমে ৰণমাজে ।
তেৱে যুধিষ্ঠিৰক ধৰিলে আছে কাজে ॥
দুৰ্য্যোধন নৃপতিক ভীমে মাৰে পাই ।
পাচে আছে ধৰি তাক উদ্ধাৰিবে চাই ॥ ২৬৪২৭

শল্যৰ বচনে ফিৰিলেক ৰাধাসুত।
ৰাখিলেক হস্তী যেন সুজান মাহুত ॥
দুৰ্য্যোধন নৃপতিক ৰাখিবাক মনে।
অজাত শত্ৰুক এৰি ফিৰিলেক কৰ্ণে ॥ ২৬৪২৮
দুৰ্য্যোধন নৃপতিৰ দেখি অথন্তৰ।
ভীমক সম্মুখে ধাইলা কৰি ক্ৰোধবৰ ॥
কৰ্ণৰ ভীমৰ যুদ্ধ একণে থাকোক।
যুধিষ্ঠিৰে যি কৰিলা তাক শুনিয়োক ॥ ২৬৪২৯
কৰ্ণ সমুদ্ৰত নিস্তাৰিলা যুধিষ্ঠিৰ।
শৰবিষে চেতন নপাৰে মহাবীৰ ॥
গৃহক চলিলা নকুলৰ হাতে ধৰি।
দুই ভাই ধৰিলেক আগ পাচ কৰি ॥ ২৬৪৩০
তেজ বহে সহস্ৰ জালিয়া যেন ঘণ্ট।
যুধিষ্ঠিৰ নৃপতিৰ জীৱন সঙ্কট ॥
কতোবেলি পাইলা ৰাজা আপুন ভুৱন।
দ্ৰৌপদী সুভদ্ৰা আদি যত কন্যাগণ ॥ ২৬৪৩১
নৃপতিৰ অৱস্থাক দেখি বিদ্যমান।
মহাশোকে তাসম্বাৰ নসহয় প্ৰাণ ॥
হৰি হৰি নৃপতিৰ হেনসে বিলাই।
সমৰত অৰ্জ্জুনে আছিল কিবা চাই ॥ ২৬৪৩২
এতহন্তে ৰথৰ নামিয়া মহাবীৰ।
শয়ন কৰিলে বীৰ নসহে শৰীৰ ॥
নকুল সহদেৱক মাতিলা মহাভাগ।
দুয়ো ভাই সত্বৰে ভীমৰ লৈয়ো লাগ ॥ ২৬৪৩৩
কৰ্ণে সমে ঘোৰ যুদ্ধ মিলিল ডাঙ্গৰ।
তাসম্বাৰ অনেক একলা বৃকোদৰ ॥
এহিবুলি যুধিষ্ঠিৰ ভৈলা অচেতন।
বেঢ়ি বেঢ়ি কান্দন্তে ৰহিলা-কন্যাগণ ॥ ২৬৪৩৪
নকুল সহদেৱ দুয়ো ৰথ সাজি লৈলা।
অনুকূলে ভীমৰ পাশক চলি গৈলা ॥

কৰ্ণৰ লগত ভীমৰ ৰণ

সঞ্জয় বদন্তি কথা শুনা নৰেশ্বৰ।
ঘোৰ যুদ্ধ লাগিলেক কৰ্ণৰ ভীমৰ ॥ ২৬৪৩৫
শল্যে ৰথ ডাকে কৰ্ণে বোলে থাক থাক।
আগ ভেটি ভীমক দিলেক অস্ত্ৰজাক ॥
থমকিল ভীমেয়ো প্ৰচণ্ড শৰ পায়।
দুৰ্য্যোধন নৃপতি পলাইলা ছেগ চায় ॥ ২৬৪৩৬
দেখি ভীমে উভাৰি লৈলেক তৰুশাল।
যেন অন্তকালে কাম্পয় যমকাল ॥
কৰ্ণে সচকিত ভৈলা দেখি ঘোৰ কৰ্ম্ম।
দুৰ্য্যোধন নৃপতি সুমৰে ধৰ্ম্ম ধৰ্ম্ম ॥ ২৬৪৩৭
মুনিষে পাইলেক বুলি হাসে শল্যৰায়।
কৰ্ণ বক্ষ কম্পিল দুৰ্ব্বাৰ শৰঘাই ॥
সেহিবেলা কৰ্ণে ভাৰ্গৱৰ অস্ত্ৰ লৈলা।
ভীমৰ সেনাত পশি বিনাশিবে লৈলা ॥ ২৬৪৩৮
অস্ত্ৰবলে হয় হস্তী পদাতি বিস্তৰ।
কম্পি কম্পি ভূমিত পৰিলা নিৰন্তৰ ॥
মহাবীৰ কৰ্ণ যেন বিধুম অগনি।
একেশ্বৰে পাণ্ডৱদলক মাৰে ছানি ॥ ২৬৪৩৯
যমপুৰে জীৱে যেন যন্ত্ৰণা ভুজন্ত।
আটাসতে কৰ্ণ কাৰে শবদ শুনন্ত ॥
পৰম দুৰ্জ্জয় সিটো ভাৰ্গৱৰ শৰ।
আচোক মনুষ্য সুৰাসুৰে কৰে ডৰ ॥ ২৬৪৪০
কৰ্ণ শৰে পীড়িত নপাৰে দিশপাশ।
ত্ৰাহি ধনঞ্জয় বুলি পাৰন্ত আটাস ॥
বন দাহে যেন গজৰাজৰ বিলাই।
তৈতে তৈতে বিমোহিত বৈকে বৈকে যায় ॥২৬৪৪১
কৰ্ণৰ শৰত নিজ সৈন্যৰ আন্দোল।
ধনঞ্জয় শুনিলেক ধৰ মাৰ বোল ॥
কৰিছে প্ৰকাশ বীৰে ভাৰ্গৱৰ শৰ।
সাক্ষাতে দেখিলা ধনঞ্জয় মহাবীৰ ॥ ২৬৪৪২
কৰ্ণৰ সায়কে দশোদিশ জ্যোতিৰ্ম্ময়।
মাধৱক সম্মুখি মাতন্ত ধনঞ্জয় ॥
কৰ্ণৰ বীৰত্ব দেখা লখি গদাধৰ।
ত্ৰিভুবন জিনিবাক পাৰে একেশ্বৰ ॥ ২৬৪৪৩
নহু দেখি এনয় বীৰক একোকালে।
টলে বসুমতী মেৰু মন্দৰ আন্দোলে ॥

বাৰম্বাৰ যেবা তাকে খঞ্জে মোক চাই ।
দূৰতে দেখিয়া সেনা বিস্ময়ে পলাই ॥ ২৬৪৪৪
অৰ্জ্জুনক সম্মুখি মাধৱ নিগদতি ।
যুধিষ্ঠিৰ নৃপতিৰ নজানোঁ কিবা গতি ॥
দেখা আজি নৃপতিৰ সৈন্য যত্ত যত ।
অচেতনে পৰি আছে কৰ্ণৰ শৰত ॥ ২৬৪৪৫
নৃপতিক নেদেখোঁহো সি দিশত ৰণে ।
দণ্ড ছত্ৰ তাহান নেদেখোঁ একো স্থানে ॥
জাণ্টে বাৰ্ত্তা লৈয়ো যুধিষ্ঠিৰ নৃপতিৰ ।
পাচে কৰ্ণসমে যুদ্ধ কৰা মহাবীৰ ॥ ২৬৪৪৬
চলিলন্ত ধনঞ্জয় কৃষ্ণৰ বচনে ।
যুধিষ্ঠিৰ নৃপতিক দেখিবাক মনে ॥
মাধৱে ডাকিলা চাৰি ঘোঁৰা উল্লসিল ।
দেখি অশ্বত্থামা আসি পথ নিৰোধিল ॥ ২৬৪৪৭
ঘোৰ শৰ মাৰি তাক জিনিলা অৰ্জ্জুনে ।
চলি গৈলা নৃপতিক চাহিবাক মনে ॥
সমৰ ভূমিত বিচাৰিলা ঠাই ঠাই ।
দেখিলন্ত যুধিষ্ঠিৰ একো স্থানে নাই ॥ ২৬৪৪৮
কৰ্ণৰ সায়কে ভেদিলন্ত সেনাগণ ।
জীয়ন্তে আছয় কেহো নকৰে চেতন ॥
কাৰো মৰ্ম্মস্থানে পৰি আছে ঘোৰ শৰ ।
মৰন্তে শৰীৰ কম্পে কৰে ধৰফৰ ॥ ২৬৪৪৯
শৰ বিষে মৰণক জানি কতোজন ।
কৃষ্ণ ৰাম মুকুন্দ সুমৰে ঘনে ঘন ॥
তাসম্বাৰ বিপত্তি দেখিয়া বীৰবৰ ।
কৃষ্ণ ধনঞ্জয় খেদ কৰিলা বিস্তৰ ॥ ২৬৪৫০
ৰাজাকো নেদেখি দুয়ো অসন্তোষ মনে ।
বাৰ্ত্তা পুছিবাক লাগি নাপাৰি সিস্থানে ॥
কতো দূৰে দেখন্ত আছন্ত বৃকোদৰ ।
কৌৰৱক সমৰ কৰন্ত একেশ্বৰ ॥ ২৬৪৫১
ৰথ ডাকি দুয়ো তান সমীপে চাপিলা ।
নৃপতিৰ বাৰ্ত্তা তাঙ্কে সত্বৰে পুছিলা ॥
ভীমক সম্মুখি মাতে ধনঞ্জয় বীৰ ।
কহিয়োক কৈত আছা ৰাজা যুধিষ্ঠিৰ ॥ ২৬৪৫২

বৃকোদৰ বদতি শুনিয়ো বাপু কথা ।
নৃপতিৰ ভৈলা আজি বিষম অৱস্থা ॥
ধনু-শৰ সাৰথি সকলে ভৈলা হত ।
লালকাল ভৈলা ৰাজা কৰ্ণৰ শৰত ॥ ২৬৪৫৩
বৰ ভাগ্যে গৈলা ৰাজা গৃহক পলাই ।
প্ৰাণে যদি জীয়ে দেখিয়োহা সেহি ঠাই ॥
নৃপতিৰ জীৱন মৰণ বাৰ্ত্তাচয় ।
জানি আসি আমাত কহিয়ো ধনঞ্জয় ॥ ২৬৪৫৪

যুধিষ্ঠিৰৰ লগত কৃষ্ণ-অৰ্জ্জুনৰ সাক্ষাত

ৰাজাৰ অৱস্থা শুনি ধনঞ্জয় বীৰ ।
নকান্দন্তে দুয়ো নয়নৰ ঝৰে নীৰ ॥
ভীমক সম্মুখি পাচে বুলিলা বচন ।
দেখা দাদা পুনৰপি খেদি আসে কৰ্ণ ॥ ২৬৪৫৫
সংশপ্তক দল আসে পৰম আক্ৰোশে ।
ঘোৰ যুদ্ধ মিলিবেক আজিসে অৱশ্যে ॥
আমি যুদ্ধ কৰো তুমি ক্ষণেক জিৰোৱা ।
গৃহে যায় আপুনি ৰাজাৰ বাৰ্ত্তা লোৱা ॥ ২৬৪৫৬
খঞ্জে বৃকোদৰ বোলে ডৰ কৃষ্ণ বৰ ।
সংশপ্ত দলক মোৰ নাহি কিছু ডৰ ॥
কোন ছাৰ কৰ্ণৰ বীৰত্ব দেখি ৰণে ।
ৰণ এৰি জানিবা নযাইবো একো স্থানে ॥২৬৪৫৭
দেখা পলাই আসে যত ভয়াতুৰগণ ।
ৰাখা ৰাখা বুলি মোত পশয় শৰণ ॥
আকে জানি ধনঞ্জয় আপুনি চলিয়ো ।
ঘৰে গৈয়া সত্বৰে ৰাজাৰ বাৰ্ত্তা লৈয়ো ॥ ২৬৪৫৮
ভীমৰ বীৰত্ব বাণী শুনি ধনঞ্জয় ।
প্ৰশংসিয়া কৃষ্ণে ডাকিলন্ত চাৰি হয় ॥
চাৰি ঘোঁৰা উল্লসিল বায়ু সমসৰ ।
বতাসতে পতাকাত লাগিল আজোৰ ॥ ২৬৪৫৯
লাঙ্গ তুলি বানৰধ্বজৰ বৰ টুকি ।
কুৰুসেনা সকলত লাগিলা ডাবুকি ॥
চক্ৰ লাগি চাই আছে কুৰু সেনাচয় ।
গৃহত পশিলা পাছে কৃষ্ণ-ধনঞ্জয় ॥ ২৬৪৬০

নৃপতিক বেঢ়ি কান্দে যত কন্যাগণ ।
শুনি তাতে ৰথৰ নামিলা দুয়োজন ॥
গৃহত পশিয়া ৰাজাক দেখে দুয়ো বীৰ ।
স্বশৰীৰে শয্যা তিতি বহয় ৰুধিৰ ॥ ২৬৪৬১
তথাপিতো ধৈৰ্য্য ধৰি আছে বৰ দুখে ।
কৃষ্ণৰ নামক সঘনে স্মৰে মুখে ॥
দেখি ধনঞ্জয় আতি আকুলিত ভাৱে ।
দুয়ো সখি ৰাজাক নমিলা গাৱে গাৱে ॥ ২৬৪৬২
দৈত্যশৰঘাৱে যেন ইন্দ্ৰ আছে পৰি ।
যেন দুই অশ্বিনীকুমাৰে বোলে ধৰি ॥
সেহিমতে বোলে কৃষ্ণ-ধনঞ্জয় বীৰ ।
অমৃতৰ হাতে কৃষ্ণে মাজিলা শৰীৰ ॥ ২৬৪৬৩
সুস্থ হুয়া যুধিষ্ঠিৰে লভিলা চেতন ।
আগত দেখিলা দুইৰো প্ৰসন্ন বদন ॥
নব ঘনশ্যাম সম জ্বলে দুইৰো কায় ।
অসংখ্যাত শৰে বিন্ধি আছে ঠাই ঠাই ॥ ২৬৪৬৪
দীৰ্ঘ দুইৰো হাত পাৰ ৰাতুল নয়ন ।
জলমল কৰে কৰ্ণ কুণ্ডলে শোভন ॥
দুহান্তক দেখি ৰাজা আনন্দিত ভৈলা ।
কৰ্ণক বধিয়া কৃষ্ণ-অৰ্জ্জুন আসিলা ॥ ২৬৪৬৫
দুহান্তৰ গাৱে আছে অসংখ্যাত শৰ ।
তেজে তোলবোল দেখো দুইৰো কলেবৰ ॥
মোক কৰ্ণে দুখ দিলে দেখি সেহি স্থানে ।
জানিলো কৰ্ণক আজি মাৰিলা অৰ্জ্জুনে ॥২৬৪৬৬
সিকাৰণে দুহানৰ শৰীৰে শৰময় ।
অৱশ্যে জানিলো কৰ্ণক বধিলা নিশ্চয় ॥
তাঙ্ক মাৰি হৰিষ লভিলা বিপৰীত ।
বাৰ্ত্তা পুছিবাক লাগি আসিলা ত্বৰিত ॥ ২৬৪৬৭
হেন মনে গুণিয়া নৃপতি যুধিষ্ঠিৰ ।
কৃষ্ণ-অৰ্জ্জুনক মাতিলন্ত ধীৰে ধীৰ ॥
বাপু ধনঞ্জয় তুমি কৰ্ণক বধিলা ।
মৰণ সময়ে আসি আমাক দেখিলা ॥ ২৬৪৬৮
ইয়ো মনে ভাগ্য মানো তোমাৰ কুশল ।
সমৰে পৰিল পাপী কৰ্ণ মহাবল ॥

ধৃতৰাষ্ট্ৰ নৃপতিৰ পুত্ৰ যত যত ।
মোৰ সৈন্যসকলক মাৰয় আগত ॥ ২৬৪৬৯
বলৱন্ত পাপী কৰ্ণ তাৰ যত শৰ ।
সৰ্পৰ সদৃশ তাক দেখি লাগে ভৰ ॥
পৰশুৰামৰ শৰ পাইয়া আছে যত ।
কাহাকো নগণে পাপী তাহাৰ গৰ্ব্বত ॥ ২৬৪৭০
কিমতে বধিলা তাক সম্মুখ সমৰে ।
কহিয়ো অৰ্জ্জুন মোত শুনো নিৰন্তৰে ॥
কৰ্ণ নামে মূৰ্চ্ছাগত মোৰ সৈন্য যায় ।
সৈন্যৰ ক্ৰন্দন শুনি ময়ো গৈলো ধায় ॥ ২৬৪৭১
মোক লাগ পাই তাৰ পৰম হৰিষ ।
যুদ্ধে নপাৰিলো সিটো দুৰ্জ্জয় মুনিষ ॥
ৰথ ধনু সাৰথিক কাটিলন্ত তাতে ।
আগতে সাত্যকি চাই আছিলা সাক্ষাতে ॥ ২৬৪৭২
প্ৰতিবিন্দ আদি যত পুত্ৰ দ্ৰৌপদাৰ ।
ধৃষ্টদ্যুম্ন শিখণ্ডী সহিতে বীৰবৰ ॥
ৰক্ষা পৰিবাক মনে যাওঁ যাৰ ঠাই ।
কৰ্ণত সকলে হাৰে মোৰ কৰ্ম্ম পাই ॥ ২৬৪৭৩
আনো বীৰসকল নকুল সহদেৱ ।
মোক ৰাখিবাক প্ৰতি নপাৰিলা কেৱ ॥
সকলে হাৰিলা যদি গৰ্ব্ব গৈলা ভাগি ।
তেৰেসে লৰৰ দিলো বিদুৰক লাগি ॥ ২৬৪৭৪
দেখা বাপু আমাৰ শৰীৰে যত শৰ ।
আৰো মোক পাপী গালি পাৰিলা বিস্তৰ ॥
পাপিষ্ঠক ডৰে মই থৈক লাগি যাওঁ ।
সেহি সেহি স্থানে কৰ্ণক ভেট পাওঁ ॥ ২৬৪৭৫
নিদ্ৰাত কৰ্ণক দেখোঁ মোক আসে ধাই ।
কৰ্ণবেসে ৰাক্য মই শুনোঁ ঠাই ঠাই ॥
সপোনে সচিত্তে দেখো কৰ্ণ পাপিষ্ঠক ।
পাপী কৰ্ণে জানিলো পীড়িলে শৰীৰক ॥ ২৬৪৭৬
ৰক্ষা পাওঁ হেন নথাকিল একো স্থান ।
পাচেসে ভীমৰ হাতে ৰক্ষা হৈলা প্ৰাণ ॥
সিটো দুৰাচাৰক [illegible] ।
সেহি কথা বাপু মোক [illegible] ॥ ২৬৪৭৭

তোমাক বধিবে মনে সিটো দুৰাচাৰ।
কৌৰৱৰ মাজে কৰি আছে অঙ্গীকাৰ ॥
সিটো বিপৰীত দেখো ধনঞ্জয় বীৰ।
কহিয়ো কিমতে তাৰ ছেদিলাহা শিৰ ॥ ২৬৪৭৮
দ্ৰৌপদীক পাপী কৰ্ণে বুলি আছে যত।
সিটো অপকাৰ তুমি সুমৰি মনত ॥
অৱশ্যে জানিলো মোৰ পৰাভৱ শুনি।
ক্ৰোধিত অগনি সম জ্বলিলা আপুনি ॥ ২৬৪৭৯
সিবেলাত ঘোৰ কৰ্ম্ম কৰি ভয়ঙ্কৰ।
একেবাৰে সহস্ৰে সহস্ৰে দিলা শৰ ॥
কৰ্ণক সম্মুখে শৰ হানিলা অপাৰ।
দেখি দুৰ্য্যোধনৰ মিলিলা হাহাকাৰ ॥ ২৬৪৮০
বিদাৰিলা বক্ষস্থল হানি শৰগণ।
তোমাক দেখিয়া কি কৰিলা পাপী কৰ্ণ ॥
সিবেলাত স্মৰি দ্ৰৌপদীৰ মুক্ত কেশ।
আমাক কৰিছে যেন মৃতকৰ বেশ ॥ ২৬৪৮১
বনবাস দুখত নিকাৰ যত যত।
সিটো দুখ ক্ৰোধ অগ্নি বাঢ়য় মনত ॥
দূৰতে পলাই ভাগি কুৰু সেনাগণ।
তব দৰিশনে পাচে কি কৰিলা কৰ্ণ ॥ ২৬৪৮২
যিবেলাত কৰ্ণক কাটিলা শৰ হানি।
দশোদিশ কুৰুসেনা পলাইলেক ছানি ॥
দুৰ্য্যোধন নৃপতি কান্দিলা কেনমনে।
এহি কথা বাপু মোক কহিয়ো সমস্তে ॥ ২৬৪৮৩
সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ।
কৰ্ণৰ ক্ৰোধত যুধিষ্ঠিৰ নৃপবৰ ॥
আপোনাৰ বিপত্তি কহিলা যতমানে।
ধনঞ্জয় সকলে শুনিলা সাৱধানে ॥ ২৬৪৮৪
পুছিলন্ত কৰ্ণক বধিলা মহাশয়।
পাচেসে ৰাজাক মাতিলন্ত ধনঞ্জয় ॥
অৰ্জ্জুন বদতি দাদা নৃপতি আদেশ।
জানা মোৰ বৈৰী সোমদত্তাদি অশেষ ॥ ২৬৪৮৫
সেহি সমে আজি যুদ্ধ কৰো অবিশ্ৰাম।
দিবসত এক ঘটি আছিলেক বিশ্ৰাম
মোক আণ্টি তাসম্বাক প্ৰজিলন্ত বিধি।
কাট মাৰ কৰন্তে নাহিকে হৃদি সিদ্ধি ॥ ২৬৪৮৬
যিবেলাত কৰ্ণে হানিলন্ত শৰচয়।
তাহাৰ নিৰ্ণয় কিছো নজানোহো মই ॥
পাচেসে মোহোত কহিলন্ত নাৰায়ণে।
যুধিষ্ঠিৰ ৰাজাক নেদেখো একো থানে ॥ ২৬৪৮৭
এহি কথা শুনি মোৰ অসন্তোষ বৰ।
তোমাক চাহিবে আইলো ছাৰিয়া সমৰ ॥
যিবেলাত তোমাক দুখ দিলন্ত কৰ্ণ।
দেখিলে কি সিবেলা আমাৰ সহে প্ৰাণ ॥ ২৬৪৮৮
সিংহক জোকাৱে বণে তাৰ হেন সাস।
পাইলে কি সিবেলা তাক নকৰোঁ বিনাশ ॥
তোমাক জোকাইলা আজি গ্ৰাহিলেক কালে।
এবে পাপী নিজক ৰাখোক ভালে ভালে ॥ ২৬৪৮৯
তোমাক দেখিলো দাদা জুৰাইলেক মন।
আৰে আদেশিয়ো ৰাধেয়ক কৰো ৰণ ॥
যদি তাক ৰক্ষা কৰে দশদিগপাল।
তথাপি কৰ্ণক আৰে গ্ৰাসিলেক কাল ॥ ২৬৪৯০
কৃষ্ণৰ আমাৰ গাৱে দেখা শৰ যত।
তোমাক দেখিবে মনে আসন্তে পথত ॥
দেখি আসি দ্ৰোণসুতে দিলা পৰাভৱ।
দেখা তান শৰে কেন ভৈলন্ত মাধৱ ॥ ২৬৪৯১
আমাৰ শৰীৰে শৰ দেখা যতমানে।
অশ্বত্থামা বীৰৰ যে পৰম সন্ধানে ॥
সিবেলাত ৰণে পৰি তিনিশত ৰথ।
আমাৰ হাতত পৰি গৈলা যমপথ ॥ ২৬৪৯২
দ্ৰৌণীক ভঙ্গাইলো দাদা অসংখ্যাত শৰে।
প্ৰাণ ৰাখি ব্ৰাহ্মণ পলাইলা একেশ্বৰে ॥
প্ৰাণ ৰাখি পলাইলেক দ্ৰোণৰ কুমাৰ।
পাচে বাট ভেণ্টিলেক কৌৰৱ অপাৰ ॥ ২৬৪৯৩
কৰ্ণৰ গৰ্ব্বত মোক নকৰয় ভয়।
তাসম্বাৰ পাঞ্চশত নিলো যমালয় ॥
আমাসাৰ দলত পশিলা আজি পাচে।
সোমক পাঞ্চাল দল যেহি স্থানে আছে ॥ ২৬৪৯৪

বাঘৰ গন্ধত গৰু ভয়ে যেনমতে ।
মহাত্ৰাসে উজাৰি ফুৰন্ত লৰৰন্তে ॥
কৰ্ণৰ ভয়ত পাঞ্চালৰ বৰ ত্ৰাস ।
মোক দেখি ৰহিলেক পায়া মহাসাস ॥ ২৬৪৯৫
তাসম্বাৰ মাজে ৰথ ৰাখিলো প্ৰত্যেক ।
শৰচয় শতমানে কৰ্ণে মাৰিলেক ॥
কৰ্ণ পাপিষ্ঠৰ আজি আশ্চৰ্য্য বিক্ৰম ।
কিবা কৰ্ণৰূপে আসিয়াছে কাল যম ॥ ২৬৪৯৬
কৰ্ণে আমাঠৰ ৰথ মাৰিলেক মানে ।
বিচাৰন্তে তোমাক দেখিলোঁ থানে থানে ॥
সামান্য সেনাৰ মই লেখা দিবো কত ।
ৰথী ছয়হাজাৰ পৰিছে সমৰত ॥ ২৬৪৯৭
চাহিলোহো আমাসাৰ সৈন্যৰ ভিতৰ ।
কৌৰৱক যুজন্তে আছন্ত বৃকোদৰ ॥
তোমাৰ সঙ্কট তান মুখন্ত শুনিলোঁ ।
তেবেসে তোমাক চাহিবাক আসি ভৈলোঁ ॥২৬৪৯৮
যাৱত নামাৰো ৰণে কৰ্ণ দুৰাচাৰ ।
তাৱদেক মন শান্ত নুহিকে আমাৰ ॥
তোমাক জোঙ্কাইলা আৰে গ্ৰাসিলেক কালে ।
এবে পাপী নিজক ৰাখোক ভালে ভালে ॥২৬৪৯৯

### অৰ্জ্জুন-যুধিষ্ঠিৰৰ সংবাদ ; যুধিষ্ঠিৰৰ ভৰ্ৎসনাত অৰ্জ্জুনৰ খড়্গ উত্তোলন

তোমাক দেখিলোঁ দাদা সেৱিলোঁ চৰণ ।
আৱে আদেশিয়ো ৰাধেয়ক কৰোঁ ৰণ ॥
সঞ্জয় বদতি কথা শুনা মহাশয় ।
এহি বুলি মৌন ভৈলা বীৰ ধনঞ্জয় ॥ ২৬৫০০
সি থানে শুনিলে কৰ্ণে সেনাক মাৰয় ।
মহাক্ৰোধে ওষ্ঠ কাম্পে নয়ন ঘূৰয় ॥
অৰ্জ্জুনৰ বচন শুনিয়া যুধিষ্ঠিৰ ।
সমৰ কৰন্তে আছে কৰ্ণ মহাবীৰ ॥ ২৬৫০১
তিৰস্কাৰ কৰিলন্ত অৰ্জ্জুনক চাই ।
কৰ্ণক নবধি কিয় আইলা মোৰ ঠাই ॥

নতু বোলে পূৰ্ব্বন্ত বিসম বাক্যচয় ।
সেহি বাক্যে ৰাজা অৰ্জ্জুনক গৰিহয় ॥ ২৬৫০২
যুধিষ্ঠিৰে বোলে সবে মই জানো মানে ।
পাৰন্তে কৰ্ণক তই নবধিলি ৰণে ॥
নকহিবি মোৰ আগে তোৰ মুনিষাই ।
ইটো কথা কহ গৈয়া সুভদ্ৰাৰ ঠাই ॥ ২৬৫০৩
কৰ্ণৰ বীৰত্ব দেখি ভৈলি মহাভয় ।
আপুনাৰ লাজ মৰ্য্যাদাক এৰি থয় ॥
সিটো পাপিষ্ঠক আণ্টিবাক নপাৰিলি ।
জীৱন্ত মনুষ্য কোনে সহে তাৰ গালি ॥ ২৬৫০৪
মোৰ সমৰত আছন্তস এতক্ষণ ।
তই কৈবে আইলি কৰ্ণে মাৰে সেনাগণ ॥
তাক আণ্টিবাক পাৰি ক্ষমিবাক লাগে ।
ইটো কথা কহন্তে আমাৰ লাজ লাগে ॥ ২৬৫০৫
মহাবলী কৰ্ণৰ প্ৰচণ্ড মুনিষাই ।
দেখো তোৰ বলে তাক যুজন নযায় ॥
নপাৰিয়া যুদ্ধক হাৰিলি সমদলে ।
তেবেসে পলাইলি মোক চাহিবাৰ ছলে ॥ ২৬৫০৬
ইসে মোৰ বৰ দুখ সহন নযায় ।
কুন্তীৰ গৰ্ভত কেনে তোৰ ভৈল ঠাই ॥
মহাশান্তী গুণৱতী যিটো মাতৃ মোৰ ।
তাৰ গৰ্ভে উপজিলি ধনঞ্জয় চোৰ ॥ ২৬৫০৭
ক্ষত্ৰিয়ৰ চোৰ যিটো সুমুজিয়া ত্যাগে ।
ইটো কথা শুনন্তে মোহোৰ লাজ লাগে ॥
পাণ্ডু হেন পিতৃৰ নুমালি তই নাম ।
বীৰগণে হাসিবেক শুনি তোৰ কাম ॥ ২৬৫০৮
আৰো মোৰ মনোদুখ অপমান বৰ ।
সমৰত একলে ৰহিলা বৃকোদৰ ॥
কৰ্ণক নপাৰি তই জীয়াক এৰিলি ।
সোদৰ ভ্ৰাতৃত পাপী নিদাৰুণ ভৈলি ॥ ২৬৫০৯
কালৰ কাহিনী তোক হাসিবে সমস্তয় ।
কৰ্ণৰ ভয়ত [illegible] ।
মোৰ লাজ লাগে [illegible] ।
মিত্ৰগণে অৱশ্যে [illegible] ॥ ২৬৫১০

শুনা অৰে ধনঞ্জয় বচন আমাৰ।
বল দৰ্পে দিবা বাক্য কৰি অঙ্গীকাৰ ॥
আমাক বোলাহা দাদা নকৰিবা ভয়।
একলে কৰ্ণক মই নিবো যমালয় ॥ ২৬৫১১
আৰে কেনে নৰাখিলি অঙ্গীকাৰ ব্ৰত।
ভীমক এৰিয়া তই পলালি ৰথত ॥
কৰ্ণক আপ্তিৰে নপাৰিলি যুদ্ধকালে।
তেৱে কিয় পূৰ্ব্বত ভৰসা মোক দিলে ॥ ২৬৫১২
ব্ৰত ধৰি তহিতে ভৈলোহো মোক্ষভাগী।
তেৱে কিয় ঐক আসো মৰিবাক লাগি ॥
সমৰ এৰিয়া দেখিবাক আসা মোৰ।
ৰঙ্গ চাস কিনো দ্ৰোহ কৰিলোহো তোৰ ॥২৬৫১৩
শিশুকালে তোহোৰ আমাত বৰ লুলি।
অন্নে আচ্ছাদনে কোলে বুকে আছো তুলি ॥
তাৰ ফল আশা দিয়া কৰিলি নৈৰাশ।
শত্ৰুৰ হাতত মোক মাৰিবাক চাস ॥ ২৬৫১৪
ফল আশে বৃক্ষে কই কৰে কৌতূহল।
ফলিবাৰ কাল ভৈলে নধৰয় ফল ॥
অৰ্জ্জুনক বঢ়াইলো বৰ অনুৰাগে।
সিয়ো সেহিমত ভৈলা মোৰ কৰ্ম্মভাগে ॥ ২৬৫১৫
সঞ্চয় বৰশী সিটো জল কৰি আশ।
মৎস্য দেখি কৈবৰ্ত্তৰ বৰ হাবিলাস ॥
পুৰাতন জল এৰি বৰশী পেলাইলা।
আচম্বিতে মৎস্য আসি বৰশী গিলিলা ॥ ২৬৫১৬
কৈবৰ্ত্তৰ আনন্দ বৰশী টানে ধৰি।
বৰশী ছিণ্ডিয়া মৎস্য পলাইলা লৰৰি ॥
মৎস্য হেৰুৱাই কৈবৰ্ত্তৰ মন কষ্ট।
অৰ্জ্জুনত আশে যেন মই ভৈলো নষ্ট ॥ ২৬৫১৭
দুখ সহি আছো মই তোত কৰি আশ।
ঘোৰ আত্তি দুখ সম্বৎসৰ বনবাস ॥
মনে বোলে অৱশ্যে দুখৰ হৈবে ক্ষয়।
সমৰত উদ্ধাৰিব বীৰ ধনঞ্জয় ॥ ২৬৫১৮
সিটো আশা কৰিয়া আছিলো যত যত।
সেহি দোষে অৰ্জ্জুন পাইলি [illegible] ॥

শুনা আৰু কথা অল্প বীৰ ধনঞ্জয়।
শত শৃঙ্গ পৰ্ব্বতত উপজিলি তই ॥ ২৬৫১৯
সিবেলা আকাশী বাণী ভৈলা দেৱতাৰ।
শুনা পাণ্ডু যিটো পুত্ৰ জন্মিল তোমাৰ ॥
ইন্দ্ৰ সম পৰাক্ৰমী হৈবে ধনুৰ্দ্ধৰ।
সংহাৰিব বৈৰীক এহস্তে একেশ্বৰ ॥ ২৬৫২০
যাহাৰ ভক্তিত কৃষ্ণ নকৰিব ভিন্ন।
জগতৰ নাথ হৈব তাহান অধীন ॥
মুনিগণে গাবে যাৰ নিৰ্ম্মল যশক।
যুদ্ধত সাৰথি হৈব জগতনায়ক ॥ ২৬৫২১
হেলা নকৰিবা কুন্তী মধ্যম তনয়।
কুৰুকুল বৈৰীক পেষিব যমালয় ॥
সিটো কথা সাফল নভৈলা কিঞ্চিতেক।
দেৱলোকে মিছা মাতে জানিলো প্ৰত্যেক ॥২৬৫২২
আকাশী বচন শুনি ব্ৰাহ্মণসকল।
তোহোকেসে আশা কৰি আছে অবিকল ॥
সেহি ধৰি পূজা কৰে যত ক্ষত্ৰীগণ।
কেৱলে নমানে তোক ৰাজা দুৰ্য্যোধন ॥ ২৬৫২৩
সেহি জানে তোৰ মূল কথা যত যত।
পৰম আতুৰ তই কৰ্ণৰ ডৰত ॥
বিশ্বকৰ্ম্মে নিৰ্ম্মিলেক তোৰ ৰথবৰ।
অষ্টবৰ্ণ চাৰি ঘোঁৰা পৰম প্ৰখৰ ॥ ২৬৫২৪
ত্ৰিভুবন সাৰ কপিধ্বজ ৰথআগে।
যুদ্ধ বিনা যাৰ আটাসতে সৈন্য ভাগে ॥
খড়গধাৰে হোৰে যাৰ পৰ্ব্বত দোহাৰ।
তূণত গাণ্ডীৱ ধনু ত্ৰিভুবনে সাৰ ॥ ২৬৫২৫
ত্ৰিভুবন নাথ হৰি আছে যাৰ পাশে।
তথাপিতো পাপী তই কিসক ডৰাসে ॥
কৰ্ণৰ ভয়ত হস্তবালি সৰ্ব্বলোক।
ধিক্ ধিক্ ধনু তোৰ গাণ্ডীৱ থাকোক ॥ ২৬৫২৬
ইদানীক বোলো অল্পবীৰ্য্য ধনঞ্জয়।
পূৰ্ব্বে হেন ভয়াতুৰ নজানিলো মই ॥
সি কাৰণে মুখ্য কৰি দিলো যুজিবাক।
এভো প্ৰতি প্ৰতি বোলে শুনা মোৰ বাক ॥ '২৭

ত্ৰিভুৱনে জানয় গাণ্ডীৱ ধনুখান।
কদাচিতো শোভা নকৰয় তোৰ থান ॥
বীৰবেসে ধনু ইটো পৰম শোভন।
কি কৰিবি তাক তই নপুংসক জন ॥ ২৬৫২৮
এতেকে কৃষ্ণক দিয়ো ধনু শ্ৰেষ্ঠতৰ।
আজি ধৰি সমৰ কৰোক গদাধৰ ॥
মোৰ অৰ্থে প্ৰভু নিজ সত্য কৰি ছন্ন।
সমৰত কৰ্ণক বধিব নাৰায়ণ ॥ ২৬৫২৯
পাৰ যদি সাৰথি হুয়োক ৰথৰ।
নুহিবা ভীমক দিয়ো ধনু শ্ৰেষ্ঠতৰ ॥
সেহি ধনু ভীমে যদি পাৱে সমৰত।
কোন ক্ষুদ্ৰ কৰ্ণ তাৰ আগে তৃণবৎ ॥ ২৬৫৩০
নুহিবা আনক দিয়ো যিবা গুণ জানে।
সকলে সমৰ্থ তই নপুংসক বিনে ॥
ৰাজাৰ বাক্যত অৰ্জ্জুন ভৈলা লাজি।
মৰ্ম্মস্থানে বিন্ধাৰিলা বাক্য-বজ্ৰ আজি ॥ ২৬৫৩১
বিনা দোষে তিৰস্কাৰ কৰিলা নৃপতি।
জ্যেষ্ঠক গৌৰৱে বীৰ থাকিলা নমাতি ॥
যিবেলা আনক দিবে বুলিলা গাণ্ডীৱ।
তেৱে ক্ৰোধিলেক যেন ৰুদ্ৰৰূপে শিৱ ॥ ২৬৫৩২
ক্ৰোধী কৰি ক্ষত্ৰিয়ক প্ৰজ্বিলন্ত বিধি।
তিৰস্কাৰ শুনি তাৰ নসহিলা হৃদি ॥
বুলিবাক লাগিলা ক্ৰোধিত বীৰবৰ।
পূৰ্ণিমা দিবসে যেন বাঢ়য় সাগৰ ॥ ২৬৫৩৩
মনে গুণি অৰ্জ্জুনেয়ো কৰিলন্ত থিৰ।
খড়্গ হানি কাটো এহি নৃপতিৰ শিৰ ॥
এহিবুলি উঠিলন্ত অন্তক সমান।
ডাবৰ খসায়া শাণিত খড়্গখান ॥ ২৬৫৩৪
কাটিবাক ৰাজাক চলিলা মহাবাগে।
যেন হৰিণক ধাইলা ক্ষুধাতুৰ বাঘে ॥
দেখি ধৌম্য ঋষি আদি খেদ কৰে ৰব।
দ্ৰৌপদী সুমৰে কৃষ্ণ বিষ্ণু গদাধৰ ॥ ২৬৫৩৫
অনন্ত অচ্যুত ভকতৰ ভয়হাৰী।
এহি বুলি কান্দয় দ্ৰৌপদী বৰনাৰী ॥

অৰ্জ্জুনৰ ক্ৰোধ দেখি ভয়াতুৰগণ।
নৃপতিক লাগি খেদ কৰে সৰ্ব্বজন ॥ ২৬৫৩৬
হাটফোট কৰয় সবাৰ দুখমন।
সঘনে চাহয় অন্যো অন্যৰ বদন ॥
কেহো বোলে যুধিষ্ঠিৰ অবিচাৰী বৰ।
অনা দোষে গালি আজ্ঞ পাৰিলা বিস্তৰ ॥ ২৬৫৩৭
সিবেলাত অৰ্জ্জুনৰ ক্ৰোধ দেখি আতি।
মহাভয়ে ঋষিসব থাকিলা নমাতি ॥
চক্ষু লাগি সমস্তে সমাজে আছে চাই।
মাধৱে দেখন্ত যুধিষ্ঠিৰ কাটা যায় ॥ ২৬৫৩৮
ভকতৰ বিপত্তি খণ্ডাইবাক মনে।
লৰিয়া খড়্গত ধৰিলা নাৰায়ণে ॥
দেখা কেনে ভক্তৰ অধীন বনমালী।
সামান্য মনুষ্য যেন থাকে আজ্ঞা পালি ॥ ২৬৫৩৯
ভকতক বিপদে কৰিলা পৰিত্ৰাণ।
যুধিষ্ঠিৰ নৃপতিত লৈয়োক প্ৰমাণ ॥
অজিজ্ঞাসি নৃপতিৰ দেখা কেনে কষ্ট।
অৰ্জ্জুনে কাটিবে গৈলা শ্ৰদ্ধা কৰি নষ্ট ॥ ২৬৫৪০
ক্ৰোধ নামে চাণ্ডালত ভৈলা এতখানি।
মহাজনে ক্ৰোধ নকৰয় আক জানি ॥
ক্ৰোধ ভৈলে অৱশ্যে দুৰ্গতি তাক ভেণ্টে।
দেখা যুধিষ্ঠিৰক অৰ্জ্জুনে কেনে কাটে ॥ ২৬৫৪১
ভক্তি ভাবে কৃষ্ণক কৰন্ত যাতো বশ্য।
তাহান দুৰ্গতি হৰি খণ্ডাইলা অৱশ্য ॥
নৃপতিক ধনঞ্জয় কাটিবে খোজন্তে।
থাপ দিয়া খড়্গত ধৰিলা ভগৱন্তে ॥ ২৬৫৪২
নৰহন্ত ধনঞ্জয় ক্ৰোধ গুৰুতৰ।
তেৱে অৰ্জ্জুনক মাতিলন্ত দামোদৰ ॥
মাধৱ বদতি শুনা ধনঞ্জয় সখি।
খড়্গ ধৰি আছা তুমি কাক আগে দেখি ॥ ২৬৫৪৩
সি থানত থাকিলেক কৰ্ণ দুৰ্য্যোধন।
অৱশ্যে জানিবা ভীম সমে কৰ ৰণ ॥
গৃহতে খড়্গ লৈয়া বাতুলৰ থান।
কাক যুদ্ধ কৰিবা নেদেখো মই আন ॥ ২৬৫৪৪

যাক দেখিছাহা অগ্রে দুৰ্য্যোধন সুই।
শৰবিষে ৰাজা যুধিষ্ঠিৰ আছে শুই ॥
ৰাজা দেখিবন্ত হুয়ো এঠাইৰ অন্তৰ।
নৃপতিক নমানস কিনো অথন্তৰ ॥ ২৬৫৪৫
অজমীঢ় কুলে এন্তে মহন্ত উত্তম।
মহা গুণবন্ত ৰাজা নাহি যাক সম ॥
বিশেষত তোমাৰ আমাৰ নিজ স্বামী।
ইহান চৰণে সেৱা কৰোঁ তুমি আমি ॥ ২৬৫৪৬
সোদৰক লাগি তুমি হেন নিদাৰুণ।
কাক খড়্গ ধৰিয়াছা কহিয়ো অৰ্জ্জুন ॥
কৃষ্ণৰ বচন শুনি ধনঞ্জয় বীৰ।
ক্রোধে হাত ভৰি কাম্পে বাক্য নহে থিৰ ॥২৬৫৪৭
খঙ্গে যুধিষ্ঠিৰক চাহয় ঘনে ঘন।
পাচেসে কৃষ্ণক বাক্য বুলিলা অৰ্জ্জুন ॥
অৰ্জ্জুন বদতি প্ৰভু তুমি হিত মোৰ।
ভাল মন্দ দোষাদোষ দেখিয়াছা মোৰ ॥ ২৬৫৪৮
যেন যুদ্ধ কৰো মই আপুনি প্ৰমাণ।
শৰীৰে নসহে মোৰ শৰৰ সন্ধান ॥
সংশপ্ত দলক যুজন্তে ঠাই ঠাই।
আপুনি দেখিছা হৰি আমাৰ বিলাই ॥ ২৬৫৪৯
ইসে মোৰ মন দুখ অভাগ্য কপাল।
এতমান দুখত নভৈলা মোৰ ভাল ॥
এবেক বীৰৰ ছোটে কাম্পে মোৰ তনু।
কতো মূৰ্চ্ছা যাওঁ কতো খসি পৰে ধনু ॥ ২৬৫৫০
যুধিষ্ঠিৰ ৰাজাক কৰন্তে মই হিত।
ইসব দুখক ভভো নকৰো ইঙ্গিত ॥
আৰ ফল পাইলোঁ আসি অদৃষ্টে মোহোৰ।
কোন দোষে এতমান অপৰাধ মোৰ ॥ ২৬৫৫১
তথাপি সহিলো মই অহঙ্কাৰ যত।
নসহে জীৱন মোৰ ধনু ধিক্কাৰত ॥
আপুনি বুলিছা অঙ্গীকাৰ বাক্যচয়।
পূৰ্ব্বে হেন অঙ্গীকাৰ কৰি আছোঁ মই ॥২৬৫৫২
ত্ৰিভুবন বিজয় গাণ্ডীৱ ধনু মোৰ।
আনক দিবাক বুলি কৰয় ধিকাৰ ॥
খড়্গ হানি তাহাক পেঠিবো যমালয়।
এহিবুলি অঙ্গীকাৰ কৰি আছোঁ মই ॥ ২৬৫৫৩
যুধিষ্ঠিৰে কিনো অপৰাধ পাইলে মোৰ।
আনক গাণ্ডীৱ ধনু দিবে খোজে মোৰ ॥
আকে জানি ৰাখি পূৰ্ব্ব অঙ্গীকাৰচয়।
যুধিষ্ঠিৰ নৃপতিক কাটিবোহো মই ॥ ২৬৫৫৪
শুনিয়োক সভাসদ কৰ্ণপৰ্ব্ব পদ।
দেখা মহন্তৰ ঘাটি ক্রোধৰ বেগত ॥
কৃষ্ণেসে সকলে সখা এৰা আন কাম।
ৰাম সৰস্বতী ভণে বোলা ৰাম ৰাম ॥ ২৬৫৫৫

—০—

শ্ৰীকৃষ্ণৰ সান্ত্বনা

ছবি

অৰ্জ্জুনৰ বাণী শুনি মাধৱে মাতন্ত গুণি
সখি তুমি ভৈলা যেন বাউল।
বৃদ্ধ বালকতো কৈলা পঢ়ি শুনি আউল ভৈলা
সূতা এৰি কপাসতে আউল ॥
ধিক্ শত তযু কৰ্ম্ম বন্ধু বান্ধৱৰ মৰ্ম্ম
গুৰু দ্ৰোণে ইহাক পঢ়াইলা।
অজিজ্ঞাসি কৰা কৰ্ম্ম মূৰ্খ সকলৰ ধৰ্ম্ম
আজি তুমি শত্ৰু হসুৱাইলা ॥ ২৬৫৫৬
প্ৰাণা হিংসা ধৰ্ম্মচয় শাস্ত্ৰে তাক নকহয়
অহিংসাসে আমাৰ সম্মত।
মহাগুৰু জ্যেষ্ঠ ভাই তাহাঙ্ক কাটিবে যায়
নজানিলোঁ তোমাক মহন্ত ॥
সূক্ষ্মগতি ধৰ্ম্মচয় মহাজনে মোহ হয়
নিতান্তে সত্যত দোষ আছে।
অধৰ্ম্মত ধৰ্ম্মগণ সিদ্ধ হোৱে সৰ্ব্বক্ষণ
ইটো কথা শুনা মোৰ কাছে ॥ ২৬৫৫৭

———

ঝুনৰী

বিবাহ কালত ঋতু সময়ত
প্ৰাণৰ সঙ্কট জানি।
ব্ৰাহ্মণ ৰক্ষাত ধন আগ্ৰহত
মিছাতো নাহিকে হানি ॥
শুনিয়োক কথা বালক ব্যাধৰ
প্ৰাণীহিংসা ধৰ্ম্ম ধৰি।
তাত হন্তে এক ধৰ্ম্ম সিদ্ধ ভৈলা
স্বৰ্গক গৈলন্ত লৰি ॥ ২৬৫৫৮
কৌশিক ব্ৰাহ্মণ সত্যক ৰাখন্তে
পাপ গুৰুতৰ ভৈলা।
সেহি পাতকত কৌশিক ব্ৰাহ্মণ
নৰকক লাগি গৈলা ॥
সিটো ধৰ্ম্মচয় ভীমে শিখাৱয়
বিদুৰে শিখাইলা যাক।
কুন্তী পেসীমাৰে যিটো শিক্ষা দেয়
আমিয়ো শিখাইবো তাক ॥ ২৬৫৫৯
অৰ্জ্জুন বদতি শুনা প্ৰাণসখি
তুমিসে আমাৰ গতি।
তুমি পিতা মাতা বান্ধৱ বিধাতা
দেখায়ো মোক সম্প্ৰতি ॥
কিমতে কৌশিকে নৰকে পৰিল
সুবুজি শাস্ত্ৰৰ গতি।
পাপ আচৰন্তে কিমতে বালক
গৈলন্ত স্বৰ্গক প্ৰতি ॥ ২৬৫৬০
মাধৱ বদতি শুনা প্ৰাণসখি
বালক ব্যাধৰ কথা।
মৃগয়া কৰন্তে বনত ভ্ৰমন্তে
শাৰ্দ্দূলক দেখি তথা ॥
প্ৰাণীৰ কধিৰে তৃষ্ণায়ে পীড়িত
কৰিলেক জল পান।
সেহি সময়ত বালক ব্যাধেয়ো
মাৰিলা এগোটা বাণ ॥ ২৬৫৬১
ঘোৰ শৰ পৰি শাৰ্দ্দূল মৰিল
পুণ্য ভৈলা উপাৰ্জ্জন।
দিব্য বিমানত চৰিয়া ব্যাধেয়ো
গৈলেক স্বৰ্গ ভুবন ॥
শুনা সভাসদ কৰ্ণপৰ্ব্ব পদ
পৰম ইটো শোভন।
কহে কৰযোৰে ৰাম সৰস্বতী
বোলা সবে নাৰায়ণ ॥ ২৬৫৬২

---

ৰাজ প্ৰশস্তি

ছবি

শ্ৰীধৰ্ম্মনাৰায়ণ জয়যুত হোৱন্তোক
পিতা পুত্ৰে হৌক চিৰঞ্জীৱ।
পৰম উদাৰ জানি বিপ্ৰৰ আশীষ বাণী
সদা বৰ দেন্ত সদাশিৱ ॥
আপোনাৰ তেজবলে যৱনক উচ্ছেদিলে
স্বদেশে যে ধৰ্ম্মক ৰাখিলা।
ধৰ্ম্মৱন্ত জানি সবে স্বৰ্গ মহাৰাজ বলে
ধৰ্ম্মনাৰায়ণ নাম থৈলা ॥ ২৬৫৬৩
যাৰ ৰূপ দেখি মনে প্ৰশংসে বিদেশীগণে
সকলো প্ৰাণীৰ ৰঞ্জে চিত্তে।
মহাবলী সুকুমাৰ ৰূপ গুণ দেখি যাৰ
ধন্য ধন্য নৃপ সুবলিত ॥
মোৰ আশীৰ্ব্বাদ বৰে যাবচ্চন্দ্ৰ দিবাকৰে
একচ্ছত্ৰে হুয়োক নৃপতি।
পাত্ৰ পুত্ৰ সমস্তৰ একত্ৰে মিলিয়া সবে
মহাসুখে ভুঞ্জিলা ভূপতি ॥ ২৬৫৬৪
নমো নমো নাৰায়ণ ভৱবন্ধ বিনাশন
অৰুণ চৰণে মোৰ গতি।
ভক্তিধনে কিনিয়োক সংসাৰক তাৰিয়োক
বোলে দীন ৰাম সৰস্বতী ॥ ২৬৫৬৫

---

### অৰ্জ্জুনৰ আগত শ্ৰীকৃষ্ণৰ কৌশিক মুনিৰ সত্য কথন

পদ

মাধৱ বদতি সখি কহিলো তোমাক।
যিমতে স্বৰ্গক চলি গৈলন্ত বালক ॥
কৌশিকৰ কথা আৰে শুনিয়ো শ্ৰৱণে।
নদীগণ সঙ্গম হইছে যেহি স্থানে ॥ ২৬৫৬৬
সেহি স্থানে ৰহিলা কৌশিক মুনিবৰ।
ঘোৰ তপ আচৰিলা দেৱৰ বৎসৰ ॥
সত্য বিনা যাৰ অসত্যত নাহি ৰতি।
জগত ঢাকিলা যাৰ সত্যবাদী কৃতি ॥ ২৬৫৬৭
এহিমতে কৌশিকৰ কত কাল গৈলা।
তাত পাচে প্ৰবল দুৰ্জ্জনগণ ভৈলা ॥
দৈত্যগণে সিদেশক লুবি পুৰি খাইলা।
মহাভয়ে নৰ-নাৰী দূৰক পলাইলা ॥ ২৬৫৬৮
সেহি পথে পলাইলা কৌশিক আছে যৈত।
সবে প্ৰজাগণ ভয়ে পলাইলেক তৈত ॥
কৌশিকক দেখি তাঙ্ক নডৰিলা মনে।
কাতো নকহিব এন্তে ধৰ্ম্মৱন্ত জনে ॥ ২৬৫৬৯
কৌশিকে দেখিয়া তাক কিছু নুবুলিল।
সেহি পথে গৈয়া পাচে প্ৰমাদ মিলিল ॥
দুযো কাষে দুয়ো নদী সম্মুখে সাগৰ।
সেহি স্থানে ৰৈল সবে চিন্তিয়া ঈশ্বৰ ॥ ২৬৫৭০
দৈত্যগণে আসি বোলে বিধি সুপ্ৰসন্ন।
সমীপত দেখো হেৰা কৌশিক ব্ৰাহ্মণ ॥
সত্য বিনা যাৰ অসত্যত ৰৰ শোক।
আসা এন্তে পোছো কোনপথে গৈলা লোক ॥২৬৫৭১
এহি বুলি ব্ৰাহ্মণৰ পাশে চলি গৈলা।
সবে কথা কৌশিকত পুছিবাক লৈলা ॥
দৈত্যগণে বোলে প্ৰভু কহিয়ো আমাত।
কোন পথে গৈলা ইটো লোক অসংখ্যাত ॥২৬৫৭২
সত্যবাদী ঋষি তুমি পুণ্যৱন্ত জন।
অসত্য বুলিবা তুমি কিসৰ কাৰণ ॥
কৌশিকে বোলয় ৰাম কৃষ্ণ বিষ্ণু হৰি।
সত্ত্য এৰি অসত্য বুলিবো কেন কৰি ॥ ২৬৫৭৩
সত্যক বোলন্তে সবে প্ৰজা হোৱে নষ্ট।
হৰি হৰি বিধি ইসে ভৈলা মন কষ্ট ॥
এহি মনে গুণি ঋষি অনেক চিন্তিলা।
ধৰ্ম্মসেৱে সূক্ষ্ম গতি তাকো নিচিনিলা ॥ ২৬৫৭৪
অঙ্গীকাৰ ৰক্ষা কৰি তুমি যেনমতে।
জ্যেষ্ঠক কাটিবে চাহা খড়্গ ধৰি হাতে ॥
সেহিমতে কৌশিকে ধৰ্ম্মক নজানিলা।
প্ৰজাসকলৰ কথা দৈত্যক কহিলা ॥ ২৬৫৭৫
প্ৰজা পশিলন্ত এহি ৰনৰ ভিতৰে।
কহিল সকল কথা অসত্যক ডৰে ॥
কৌশিকে কৰন্ত পাপ সত্যক ৰক্ষন্তে।
প্ৰজাগণ মৰাইলন্ত দুৰ্জ্জনৰ হাতে ॥ ২৬৫৭৬
এতেকে শুনিলা সখি আমাৰ সম্মত।
যিটো সত্য ৰাখন্তে মনুষ্য হোৱে হত ॥
সেহি পাপে হোৱে তাৰ নৰকত থান।
কৌশিক ঋষিত লৈয়ো ইহাৰ প্ৰমাণ ॥ ২৬৫৭৭
সিবেলাত মিছা মাতিলেয়ো ধৰ্ম্ম হয়।
যিটো মিছাহন্তে প্ৰাণীহত্যা বাধা পায় ॥
অৰ্জ্জুন বদতি সখি কহিলা ৰহস্য।
যাতো তুমি একান্ত ভক্তৰ হোৱা বশ্য ॥ ২৬৫৭৮
সেৱকৰ যোগ্য নোহো ওহে কৃষ্ণ স্বামী।
কিন্তু প্ৰভু তোমাৰ দাসৰো দাস আমি ॥
ব্যাসৰ মুখত মই শুনি আছো সাৰ।
তুমি প্ৰভু নিত্য নিৰঞ্জন অৱতাৰ ॥ ২৬৫৭৯
এতেকে তোমাত কিছো অবিদিত নাই।
সিকাৰণে বোলো মোত কহিয়ো বুজাই ॥
যিমতে নহয় মোৰ অঙ্গীকাৰ নষ্ট।
ইহলোকে দুৰ্যশ পৰলোকে হোৱে ভ্ৰষ্ট ॥ ২৬৫৮০

### অৰ্জ্জুনৰ অঙ্গীকাৰ ৰক্ষাৰ উপায় কথন

কিমতে ৰহিবে যুধিষ্ঠিৰ নৃপবৰ।
তাতহন্তে হাহাকাৰ সমস্তে লোকৰ ॥

আপুনি কহিছা সখি ইহাক কাটিলে।
গুৰুহত্যা দুৰ্ঘোৰ পাতক আসি মিলে ॥ ২৬৫৮১
নকাটিলে ইহাঙ্ক নষ্ট অঙ্গীকাৰ ব্ৰত।
ক্ষত্ৰি কুলে জন্মি হুয়ো ভ্ৰষ্ট কুব্ৰত ॥
আৰু জানি সখি মোত কহিয়ো যুগুতি।
জন্মে জন্মে মাধৱ তুমিসে মোৰ গতি ॥ ২৬৫৮২
আৰো এক গোচৰ শুনিয়ো নাৰায়ণ।
অস্থি মজ্জা দহে শুনি ৰাজাৰ বচন ॥
মাধৱ বদতি শুনা ধনঞ্জয় সখি।
নৃপতিক নখঙ্গিবা আগ পাছ দেখি ॥ ২৬৫৮৩
যুদ্ধ এৰি ভাগৰিলা ঘোৰ সমৰত।
শৰবিষে ৰাজাৰ গাৱত নাহি তত ॥
কৰ্ণশৰে আৰু কৰিয়াছে ম্ৰিয়মাণ।
শ্ৰুতিহত ৰাজাৰ নাহিকে কিছো জ্ঞান ॥ ২৬৫৮৪
সিকাৰণে তোমাক অন্যায়ে ধৰ্ম্মসুত।
অজিজ্ঞাসি তিৰস্কাৰ কৰিলা বহুত ॥
শৰঘাৱে তেজ বহে মুমুৰ্ষু অৱস্থা।
মোৰ গাৱ কাম্পে তান কি কহিবো কথা ॥২৬৫৮৫
তথাপিতো মাত্তি ৰাজা তোমাত পুছিলা।
বাপু ধনঞ্জয় তুমি কৰ্ণক বধিলা ॥
কৰ্ণ যদি আছে তুমি কহিলাহা সাৰ।
তেবে ৰাজা তোমাক কৰিলা তিৰস্কাৰ ॥ ২৬৫৮৬
মোক যদি তিৰস্কাৰ কৰিলাহা হন্তে।
ময়ো সহিবাক পাৰো ৰাজাক দেখন্তে ॥
সিকাৰণে বোলো সখি নহৈবা দাৰুণ।
ৰাজাক ৰাখিলে যশ পাইবা দশগুণ ॥ ২৬৫৮৭
অঙ্গীকাৰ ৰাখিবাৰ শুনিয়ো উপায়।
শাণিত খড়্গখান থৈয়োক পেলায় ॥
নকাটন্তে কাটিবাৰ শাস্তি কৰিয়োক।
তেবে ৰূপাৱে গুৰু গৌৰৱৰ লোক ॥ ২৬৫৮৮
কাটিবাৰ শাস্তি সখি আছে নানামত।
ময়ো তথু আগে কহো ইহাৰ সম্মত ॥
কনিষ্ঠত হন্তে জ্যেষ্ঠজন মান্যৱন্ত।
যাৱে মান্য পাৱে তাৱ জানিবা জীৱন্ত ॥ ২৬৫৮৯

অপমান পাৱে যদি জীৱন্ততে মৰা।
আকে জানি নৃপতিক তিৰস্কাৰ কৰা ॥
আমি ভালমতে জানোঁ তোমাৰ মহত্ত্ব।
যুধিষ্ঠিৰ ৰাজাক শুশ্ৰূষা যেনমত ॥ ২৬৫৯০
আসনে ভোজনে সখি প্ৰিয় আলাপনে।
তই নতু বোলা আৰে তুমি বাক্য বিনে ॥
আজি যদি তই বুলি তিৰস্কাৰ কৰা।
তেবে যুধিষ্ঠিৰ ৰাজা জীৱন্ততে মৰা ॥ ২৬৫৯১
স্নেহ এৰি বন্ধুজনে গৰিহা কৰিলে।
খড়্গৰ ঘাৱত কৰি আতি দুখ মিলে ॥
মহাশান্ত সুখী ৰাজা সৰ্ব্ব সুলক্ষণ।
শুনিবাৰ যোগ্য নোহে অযোগ্য বচন ॥ ২৬৫৯২
তুমিয়ো পৰম প্ৰিয় আদৰৰ ভাই।
কন্দল সম্বন্ধে দুইৰো সপোনতো নাই ॥
তাঙ্ক অধস্কাৰ যদি কৰা বৰ ৰাগে।
তেবে নৃপতিক আৰ কাটিবে নলাগে ॥ ২৬৫৯৩
কিন্তু মোৰ সন্তাপ মনত এহিমান।
গালি শুনি তেখনে এৰন্ত জানো প্ৰাণ ॥
যেৱে নমৰয় তাৰো শুনিয়ো উপায়।
উপশান্ত কৰিবো চৰণে ধৰি যায় ॥ ২৬৫৯৪
তুমি আমি দুয়ো যদি কৰিলোঁ মিনতি।
অল্পতে ক্ষমিবো ৰাজা ধৰ্ম্ম মহামতি ॥
অঙ্গীকাৰ ৰাখিবাৰ কৰা হেন কাজ।
কৰ্ণক বধিয়া পাচে ভুঞ্জা সব ৰাজ ॥ ২৬৫৯৫
সবাতো উত্তম বেদ অথৰ্ব্ব মোৰ।
তোমাত কহিলো গোপ্য কথা মনোহৰ ॥
সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ।
কৃষ্ণে কহিলন্ত কথা ধৰ্ম্মতত্ত্ব সাৰ ॥ ২৬৫৯৬
অৰ্জ্জুনেয়ো খড়্গ এৰি কৃষ্ণক নমিলা।
পাচে নৃপতিক গালি পাৰিবাক লৈলা ॥
যিসব বচনে [illegible]।
শুনিয়োক সিসব বাক্য [illegible] ॥ ২৬৫৯৭
অৰ্জ্জুন বদতি [illegible] যুধিষ্ঠিৰ।
আমাক নিন্দস তই [illegible] ॥

মোৰ যুদ্ধ দেখি দৈত্য দানৱৰ ভয়।
দিব্য অস্ত্ৰ প্ৰহাৰন্তে দেয়বো বিস্ময় ॥ ২৬৫৯৮
আমাক নিন্দস তই আতে লাগে শোক।
কোন যুদ্ধে পলাইবাৰ দেখিয়াছা মোক ॥
মহা ভয়াতুৰ তই আপুনি বিমত্ত।
যুদ্ধ এৰি থাকা তই দণ্ড অন্তৰত ॥ ২৬৫৯৯
দ্ৰৌপদীয়ো দেন্ত দিনে পঞ্চামৃত ভোগ্য।
নাৰীৰ আগত দৰ্প কৰিবাৰ যোগ্য ॥
যি কৰস সি কৰস দ্ৰৌপদীৰ আগে।
আমাক নিন্দস আতে বৰ লাজ লাগে ॥ ২৬৬০০
ভীমে যদি নিন্দে তভো তাতে গাবে সয়।
যাৰ যুদ্ধ দেখি দেৱ দানৱ পলায় ॥
দাৰুণ অগনি সম প্ৰলয় কালৰ।
শত্ৰুক মাৰন্ত কৰি কৰ্ম্ম ভয়ঙ্কৰ ॥ ২৬৬০১
হস্তীয়ে হস্তীক হানি অনেক মাৰিল।
ঘোঁৰায়ে ঘোঁৰাক ৰথী ৰথে সংহাৰিল ॥
কাম্বোজ দলক যিটো নিলে যমঘৰ।
ভীমে নিন্দিলাতো দুখ নোপজে বিস্তৰ ॥ ২৬৬০২
আজিৰ সমৰে ঘোৰ গদা ধৰি কৰে।
শত্ৰুসব বিদাৰি পেলাইলা যমঘৰে ॥
যি কৰ্ম্ম কৰিতে শক্তি নাহিকে তোমাৰ।
কৰ্ণে ভঙ্গ দিলেক মহিমা দেখি যাৰ ॥ ২৬৬০৩
খড়্গ ঘাৱে হস্তীগণ কৰন্ত সংহাৰ।
যাৰ কৰ্ম্ম দেখি কৌৰৱৰ চমৎকাৰ ॥
ফাট দিয়া কৌৰৱ যে সমস্তে পলায়।
তেহো নিন্দে যদি কিঞ্চিতেক গাৱে সয় ॥ ২৬৬০৪
পৰম অদ্ভুত কৰ্ম্ম কৰন্ত দাৰুণ।
তেহো মান্য আমাক কৰন্ত দশগুণ ॥
তই মোৰ মহিমা নজান সৰ্ব্বকাল।
ৰাত্ৰি দিনে হিত আচৰন্ত নাহি ভাল ॥ ২৬৬০৫
ভাৰ্য্যা পুত্ৰ সহিতে আপুনি বিনে ভিন।
তোৰ হিত আচৰন্তে ঐলো এক দিন ॥
বনমাজে দ্ৰৌপদীৰ দুখ যত যত।
তোহোৰ নিমিত্তে অভিমন্যু পুত্ৰ হত ॥ ২৬৬০৬
একমাত্ৰ পুত্ৰ মোৰ আতি আদৰৰ।
অদ্যাপি নোতৰে ছেদ মাহি হৃদয়ৰ ॥
ৰাত্ৰি দিনে পুত্ৰশোকে মোৰ পোৰে কায়।
তোহোৰ নিমিত্তে মোৰ এতেক বিলায় ॥ ২৬৬০৭
কুটুম্বৰ মাজন্ত বৈৰতা ভাব মনে।
ভীষ্ম দ্ৰোণ হত ভৈলা তোহোৰ নিমিত্তে ॥
আনো ভ্ৰাতৃ বন্ধুগণ শশুৰ সমাই।
পাশাৰ নিমিত্তে ভৈলা এনয় বিলায় ॥ ২৬৬০৮
ৰাজ্য এৰি বনবাসে যতমান দুখ।
অদ্যাপিয়ো দ্ৰৌপদীৰ সলোতক মুখ ॥
পূৰ্ব্ব পশ্চিমৰ উত্তৰৰ যত লোক।
সমস্তে মৰিল বন্ধু-বান্ধৱৰ শোক ॥ ২৬৬০৯
তোহোৰ দুগুণে ভৈলা এতেক অৱস্থা।
আমি দুখিতৰ আৰ কি কহিবো কথা ॥
সঞ্জয় বদতি কথা শুনিয়ো ৰাজন।
এহিমতে যদি গালি পাৰিলা অৰ্জ্জুন ॥ ২৬৬১০
মৰা যেন হুয়া ৰাজা আছিলেক শুনি।
অসমৰ্থ প্ৰাণীৰ অৱস্থা মনে গুণি ॥
কনিষ্ঠৰ তিৰস্কাৰ শৰীৰে নসহে।
ধাৰাসাৰে যুগল নয়নে নীৰ বহে ॥ ২৬৬১১
শুখাইলেক মুখ আখি নিৰ্জ্জল বদন।
ঢলি পৰি নৃপতি ভৈলেক অচেতন ॥
তথাপিতো অৰ্জ্জুনে কৰিলা তিৰস্কাৰ।
যাৱদেক ক্ৰোধ দুগুচিল আপোনাৰ ॥ ২৬৬১২
এহিক্ষণ অৰ্জ্জুনৰ মন শান্ত ভৈলা।
কৃষ্ণৰ মুখক চাহি মাতিবাক লৈলা ॥
দেখিলাহা প্ৰাণসখি আমাৰ মহত।
ক্ষত্ৰিয় কুলৰ ব্যৱহাৰ হেনমত ॥ ২৬৬১৩
কৰো মই নৈৰাশ আপোন জীৱনত।
সোদৰত নিদাৰুণ ক্ৰোধৰ বেকত ॥
তাৰ প্ৰতিফল কৰো আপুনি সম্প্ৰতি।
জন্মে জন্মে যাৱত ভুঞ্জিবে মোৰ গতি ॥ ২৬৬১৪
গুৰুহত্যা পাপ মোৰ মিলিল দুৰ্য্যোধ।
হেনমতে প্ৰায়শ্চিত্ত বোলন্ত আমাৰ ॥

দেহা পৰিত্যাগেসে ইহাৰ শুদ্ধি হয়।
এহিবুলি প্ৰাণ নিয়মিল ধনঞ্জয় ॥ ২৬৬১৫
শুষ্ককাষ্ঠে অগ্নি দিয়া জ্বালিলন্ত চিতা।
হেন দেখি লোকৰ মনত বৰ চিন্তা ॥
দেখি সৰ্ব্ব প্ৰজাগণ হাহাকাৰ কৰে।
হেন দেখি কৃষ্ণে মাতিলন্ত অনন্তৰে ॥ ২৬৬১৬
মাধৱ বদতি নলাগয় মৰিবাক।
আছে প্ৰায়শ্চিত্ত আৰ শুনিয়োক তাক ॥
গৌৰৱত প্ৰাণীক কৰিলে তিৰস্কাৰ।
গুৰুহত্যা পাতক মিলয় সিজনৰ ॥ ২৬৬১৭
গুৰুহত্যা পাতকৰ মৰণে প্ৰায়শ্চিত্ত।
মৰণ প্ৰকাৰে দুইবিধ যে বিহিত ॥
লৌকিক সম্মত এই ঋষি সমস্তৰে।
একবিধ মৰণ যিজনে দেহা এৰে ॥ ২৬৬১৮
আৰো বিধ যিটো আপোনাৰ গুণ কয়।
আপুনি লোকত যিটো গুণ প্ৰশংসয় ॥
আকে জানি আপুনাৰ গুণ যত যত।
আপুনি কহিলে হয় মৃত্যুতো অধিক ॥ ২৬৬১৯
আত্মশ্লাঘা আত্মহত্যা সম প্ৰায়শ্চিত্ত।
পৰম প্ৰখ্যাত দুয়োবিধ যে বিহিত ॥
মাধৱৰ বচনক ধনঞ্জয় শুনি।
প্ৰশংসিবে লাগিলেক আপুনা আপুনি ॥ ২৬৬২০
অৰ্জ্জুন বদতি দাদা শুনা যুধিষ্ঠিৰ।
আম্মাৰ সমান কোন আছে মহাবীৰ ॥
এক দেৱ মহেশ্বৰ শঙ্কৰত বিনে।
মোৰ সম বলিয়াৰ নাহি ত্ৰিভুৱনে ॥ ২৬৩২১
যদি আজ্ঞা কৰা দেখা মোৰ বল কেনে।
সুৰাসুৰ বিনাশ কৰিবো এতিক্ষণে ॥
বাসুকী সদৃশ ভুজ ইহাৰ বলত।
দিগ্ বিজয়ক মই দেখা তৃণবত ॥ ২৬৬২২
যদি আজ্ঞা কৰা দাদা জিনো দিগপাল।
কোনে সহিবেক মোৰ বাহুৰ আস্ফাল ॥
ধৰণী মণ্ডলে যত ৰাজা সমস্তৰ।
জিনি ৰাজসূয় যজ্ঞ কৰাইলোঁ তোমাৰ ॥ ২৬৬২৩
ইন্দ্ৰকো জিনিলো পূৰ্ব্বে দহিলো খাণ্ডৱ।
সভা এক সাজি দিলে ময় যে দানৱ ॥
যাত দুৰ্য্যোধনে নজানিলে জল থল।
সকলে জানিবা দাদা মোৰ বাহুবল ॥ ২৬৬২৪
সম্প্ৰতিক কৌৰৱে যুজোক বলে মোৰ।
দেখা দুই বাহু ধনু আজোৰন্তে মোৰ ॥
সমস্তে বধিলো বীৰ চাৰিয়ো দিশৰ।
কিছো মাত্ৰ সচ আছে সংশপ্ত দলৰ ॥ ২৬৬২৫
তাকো আজি কালি পঠাইবো যমঘৰ।
বীৰত্ব দেখিবা কেনে আমাৰ বলৰ ॥

যুধিষ্ঠিৰৰ ওচৰত অৰ্জ্জুনৰ ক্ষমা প্ৰাৰ্থনা

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
পাচে নৃপতিক মাতিলন্ত ধনঞ্জয় ॥ ২৬৬২৬
নাহি গাৱে চেতন অজ্ঞান মৰা মত।
দেখি সমস্তৰ শোক ভৈলা পূৰ্ব্বৱত ॥
হেন দেখি অৰ্জ্জুনৰ মহাস্নেহ ভৈলা।
চৰণত ধৰি শান্ত কৰিবাক লৈলা ॥ ২৬৬২৭
অৰ্জ্জুন বদতি দাদা নকৰিবা শোক।
মই অধমৰ বাক্য ক্ষমা কৰিয়োক ॥
শিশুকালে পিতৃসম জানিলো তোমাক।
অন্নে আচ্ছাদনে তুমি পালিছা আমাক ॥ ২৬৬২৮
তথাপিতো দেখা মই পাপী দুৰাচাৰ।
তিলেকক লাগি মুখ নচাইলো তোমাৰ ॥
মই পূৰ্ব্বে কেন অঙ্গীকাৰ কৰো হেন।
সোদৰক খড়্গ ধৰো ব্ৰহ্মবধী যেন ॥ ২৬৬২৯
যি কৰিলো সি কৰিলো নকৰিবা তাপ।
শান্ত হুয়া আমাক ক্ষমিয়ো দাদা বাপ ॥
দুৰ্জ্জনসকলে যত তিৰস্কাৰ কৰে।
আনৰ শকতি তাক সহিবাক পাৰে ॥ ২৬৬৩০
মহন্তসকলে অবিলম্বে সহে তাক।
ঈশ্বৰৰ ইচ্ছা হেন জানি আপুনাক ॥
এতেকে দুৰ্জ্জন মই পাৱয় অশান্তি।
তুমি সন্ত মহন্ত আমাৰ নিজমূৰ্ত্তি ॥ ২৬৬৩১

তযু অর্থে দাদা জানো আমাৰ জীৱনে ।
তযু হিত আচৰিবো যাৱে জীওঁমানে ॥
এতেকেসে বোলো দাদা নকৰিবা ৰোষ ।
মনত নলৈবা মোৰ অধমৰ দোষ ॥ ২৬৬৩২
মাথা পাতি দিওঁ দাদা মলচিয়ো পাৱ ।
আবাৰেক মাতিয়োক জুৰায়োক গাৱ ॥
এহিমতে প্ৰিয়বাক্য বোলন্ত অৰ্জ্জুন ।
শুনি নৃপতিৰ শোক ভৈলা দশগুণ ॥ ২৬৬৩৩
লোতক মলচি উঠিলন্ত আসনৰ ।
দেখি দেৱ নাৰায়ণ চাপিলা গুচৰ ॥
ঋষিগণ আছন্ত সঙ্গত নাৰীগণ ।
সেহিবেলা যুধিষ্ঠিৰে বুলিলা বচন ॥ ২৬৬৩৪
লোতকে বুলিলা গদ গদ বাক্যচয় ।
শুনিয়ো বচন মোৰ বাপু ধনঞ্জয় ॥
আমি আতি দুৰ্জ্জন অধম দুৰাচাৰ ।
মোতে থাকি এতমান ভৈলেক তোমাৰ ॥ ২৬৬৩৫
দেখিয়ো মোহোৰ হন্তে তযু পুত্ৰ হত ।
বন্ধুগণ সোদৰ বান্ধৱ যত যত ॥
সি কাৰণে বোলো বাপু কাট মোৰ শিৰ ।
নকৰি বিলম্ব ঝাণ্টে ধনঞ্জয় বীৰ ॥ ২৬৬৩৬
আমি আতি হীনবল নপুংসক প্ৰায় ।
তথাপিতো নৃপতি হৈবেক বাঞ্ছা যায় ॥
প্ৰচণ্ড শকতি তোৰ গুণৱন্ত ধীৰ ।
সিকাৰণে বোলো বাপু কাট মোৰ শিৰ ॥ ২৬৬৩৭
মহাবলৱন্ত ভীম পৰম বিক্ৰম ।
সঙ্কা মিছা বোলন্তে নাহিকে কিছু শ্ৰম ॥
আমি পুনু সত্যবাদী মহামন্দ আতি ।
সুখী হোৱা অৰ্জ্জুন ভীমক ৰাজা পাতি ॥ ২৬৬৩৮
নপুংসক পাপী মই মন্দবুদ্ধি বৰ ।
মোতে থাকি সবে দুখ জানা পাণ্ডৱৰ ॥
ভ্ৰাতুৰ আমাক কৰিয়ো পৰিহাৰ ।
খড়্গ হানি মাথা সোট কাটিয়ো আমাৰ ॥ ২৬৬৩৯
একক তেজিলে সুখী হোৱে সৰ্ব্বলোক ।
দুৰ্জ্জনক ত্যজিলাত নাহি কিছু শোক ॥

আপুনাৰ অৱস্থাক আপুনি লৈলোঁ জানি ।
অৰ্ণ্যক লাগি মই কৰিলোঁ মেলানি ॥ ২৬৬৪০
যুধিষ্ঠিৰ অধম গুছোহো নগৰৰ ।
সুখে তোৰা থাকিয়ো চাৰিয়ো সোদৰ ॥
পৰিচ্ছেদ কৰিলা দেখিলা সৰ্ব্বলোক ।
মোক প্ৰতি আৰ কেহো নকৰিবা শোক ॥ ২৬৬৪১
শুনা প্ৰভু নাৰায়ণ কৰিলোঁ মেলানি ।
বনক চলিলোঁ তযু আজ্ঞা শিৰে মানি ॥
তযু ইটো অৰুণ পঙ্কজ পদ দুই ।
মহেশে ধৰিছা যাক কৃতকৃত্য হুই ॥ ২৬৬৪২
জীৱনে মৰণে যেন কৰোঁ অভিলাষ ।
জন্মে জন্মে তোমাৰ দাসৰো হৈবো দাস ॥
এহি বুলি বনক চলন্ত ধৰ্ম্মসুত ।
দেখি ঋষিগণে খেদ কৰিলা বহুত ॥ ২৬৬৪৩
আমাৰ বচনে ৰাজা এৰা অসন্তোষ ।
আপোনাৰ মাজতে বিবাদ বৰ দোষ ॥
নুহিকে উচিত ইসব হৃদি তাপ ।
তুমি মহাধীৰ শোক নকৰিবা বাপ ॥ ২৬৬৪৪
দ্ৰৌপদী বোলন্ত প্ৰভু শুনিয়োক কথা ।
পাসৰিলা পূৰ্ব্বে মোৰ যতেক অৱস্থা ॥
আশা কৰি আছোঁ পাই অপমান শোক ।
স্বামীগণে উদ্ধাৰ কৰিবে জানোঁ মোক ॥ ২৬৬৪৫
সিটো কথা যি ভৈলা সি ভৈলা আৱে শুনা ।
কিন্তু আমি তিলেক নিজীবো তুমি বিনা ॥
এহি বুলি পাৱে পৰি কান্দিলা বিস্তৰ ।
তথাপিতো ফিৰি নচাহিলা নৃপবৰ ॥ ২৬৬৪৬
এহিমতে কেহো ৰাখিবাক নপাৰিলা ।
দেখি সমস্তৰে শোক অধিকে জ্বলিলা ॥
কান্দি কান্দি ৰহিলা যতেক নাৰীগণ ।
সেহিবেলা মাধৱে ত্যজিলা নিজাসন ॥ ২৬৬৪৭
যুধিষ্ঠিৰ নৃপতিৰ চৰণত ধৰি ।
অশেষ কাতৰ কৰিলন্ত পাৱে পৰি ॥
সামান্য মনুষ্যে যেন নৃপতি জনক ।
স্তুতি নতি বিনতি যে কৰিলা অনেক ॥ ২৬৬৪৮

এহিমতে কৃষ্ণে পাণ্ডৱৰ আজ্ঞা পালি।
হেলা কেনে ভকতৰ অধীন বনমালী ॥
মাধৱ বদতি দাদা এৰা অসন্তোষ।
আপোনাৰ মাজত বিবাদ বৰ দোষ ॥ ২৬৬৪৯
পুত্ৰ সমতুল্য ছোট ভ্ৰাতৃ যে তোমাৰ।
তাৰ দোষ দেখিলে সহন ধৰ্ম্ম সাৰ ॥
প্ৰমাদত পুত্ৰ যদি নিদাৰুণ হয়।
সুহিবে দাৰুণ পিতৃ হেন শাস্ত্ৰে কয় ॥ ২৬৬৫০
বিশেষত তুমি লভি আছা দিব্যজ্ঞান।
মান অপমান দুইকো কৰিছা সমান ॥
মনে গুণি চাহিলে সখিত দোষ নাই।
পূৰ্ব্বে অঙ্গীকাৰ কৰি আছে ধনঞ্জয় ॥ ২৬৬৫১
গাণ্ডীবক ধিক্কাৰ বিজনে কৰে মোৰ।
তাহাক কাটিবো মোৰ অঙ্গীকাৰ ঘোৰ ॥
নজানিয়া তাক তুমি ধিক্কাৰ কৰিলা।
অৰ্জ্জুনেয়ো ক্ৰোধত খড়্গ তুলি লৈলা ॥ ২৬৬৫২
মই পাচে ভাবি আন কৰিলোঁ উপায়।
গালি পাৰিলেও গুৰুবধ সম হয় ॥
সি কাৰণে বোলো দাদা নকৰিবা ৰোষ।
অৰ্জ্জুনৰ আমাৰ ক্ষমিয়ো সৰ্ব্বদোষ ॥ ২৬৬৫৩
পিতৃ সম আমাৰ গৌৰৱ তুমি দেৱ।
অৰ্জ্জুনক আমাক মাতিয়ো কৰো সেৱ ॥
তুমি শান্ত ভৈলে পাওঁ সকলে প্ৰসাদ।
বসিয়োক দাদা আৰো নকৰা বিবাদ ॥ ২৬৬৫৪
নকৰিবা চিন্তা কৰ্ণ পাপিষ্ঠক প্ৰতি।
আজি তাৰ শোণিত পিবন্ত বসুমতী ॥
কৃষ্ণৰ বচন শুনি যুধিষ্ঠিৰ ৰায়।
প্ৰেমে নিমজিল চিত্ত ধৰণ নযায় ॥ ২৬৬৫৫
দেখন্তে মাধৱ চৰণত আছে পৰি।
অঙ্কোৱালি যুধিষ্ঠিৰে তুলিলন্ত ধৰি ॥
কৃতাঞ্জলি কৰিয়া মাতিলা যুধিষ্ঠিৰ ॥
দাস বুলি আমাক জানিবা যদুবীৰ ॥ ২৬৬৫৬
ব্ৰহ্মা আদি দেৱে যাক দুৰ্লভ মানন্ত।
আমাক এতেক কিয় বোলা ভগৱন্ত ॥

অজ্ঞান সাগৰে তল যাওঁ দুয়ো ভাই।
ক্ৰোধ নামে চাণ্ডালক সহন নযায় ॥ ২৬৬৫৭
নপাওঁ কূল পাৰ পৰি মোহ সাগৰত।
তুমি প্ৰভু আমাক ৰাখিলা অব্যাহত ॥
এহিবুলি যুধিষ্ঠিৰে কৃষ্ণৰ চৰণে।
পুনৰপি ফিৰি আসি বসিলা আসনে ॥ ২৬৬৫৮
সলোতক মুখে দুখে লাজে আতিশয়।
হুয়োক প্ৰসন্ন বুলিলেক ধনঞ্জয় ॥
চৰণত পৰি আছে ধনঞ্জয় বীৰ।
হেন দেখি সাৱটি ধৰিলা যুধিষ্ঠিৰ ॥ ২৬৬৫৯
কনিষ্ঠৰ স্নেহে নয়নৰ বহে জল।
অৰ্জ্জুনক বোলে এবে শুনা মহাবল ॥
ক্ৰন্দনত গদ গদ বাক্য নাসে মুখে।
দণ্ড দুই মান চুম্বিলন্ত মুখে মুখে ॥ ২৬৬৬০
এহিমতে প্ৰেমভাবে দুহাকো দুয়ো চাই।
গলাগলি কৰিয়া কান্দিলা দুয়ো ভাই ॥

কৰ্ণক বধ কৰিবলৈ অৰ্জ্জুনৰ প্ৰতিজ্ঞা

অৰ্জ্জুন বদতি দাদা আদেশ নৃপতি।
যুধিষ্ঠিৰে বোলে বাপু শুনিয়ো সম্প্ৰতি ॥ ২৬৬৬১
দুৰাচাৰ পাপী কৰ্ণে যি কৰিলা মোক।
অদ্যাপিয়ো তাহাক স্মৰণে বৰ শোক ॥
তুমি যদি তাহাক নকৰা প্ৰতিকাৰ।
তেৱে মই প্ৰাণ ত্যজিবোহো আপোনাৰ ॥ ২৬৬৬২
অৰ্জ্জুন বদতি দাদা শুনা বাক্য মোৰ।
তোমাৰ আগত অঙ্গীকাৰ কৰো মোৰ ॥
নথহাইবো কৱচ তাৰত শৰীৰ।
যাৱে মই শিৰশ্ছেদ নকৰো কৰ্ণৰ ॥ ২৬৬৬৩
আমাৰো বচন তুমি শুনিয়ো [illegible]।
আজি বাধেয়ক [illegible] যি কৰিবো ৰণ ॥
দিব্য অস্ত্ৰ প্ৰ[illegible] [illegible] নকাপ।
[illegible]
[illegible] শৰে [illegible] [illegible] [illegible]।
হেন শৰে কৰ্ণক [illegible] ॥

শুনি যুধিষ্ঠিৰ কৰিলন্ত আশীৰ্বাদ ।
সমৰত বাপু তোৰ নহৌক প্ৰমাদ ॥২৬৬৬৫
মিত্ৰগণ বৃদ্ধি হৌক শত্ৰু হৌক ক্ষয় ।
অব্যাহতে কৰ্ণক পেথিয়ো যমালয় ॥
আমাৰ আশীষে দেৱ কৰন্তোক হিত ।
মোৰ মনোৰথ সিদ্ধি কৰিয়ো ত্বৰিত ॥২৬৬৬৬
যুধিষ্ঠিৰ ৰাজাৰ আশীষ লৈয়া মাথে ।
ধনঞ্জয় কৃষ্ণক মাতন্ত আথে ৰেথে ॥
সাজিয়োক ৰথ সখি বিলম্ব নকৰি ।
হেন শুনি আসনৰ উঠিলন্ত হৰি ॥২৬৬৬৭
সজাই আনিলা ৰথ দাৰুকৰ হাতে ।
দিব্য ৰথ দেখি তুষ্ট ভৈলা জগন্নাথে ॥
ডেৱ দিয়া উঠিল অৰ্জ্জুন মহাবলী ।
ধৰিলা মাধৱে উঠি ঘোঁৰাৰ শিকলি ॥২৬৬৬৮
নমো হৰি বুলি যাত্ৰা কৈলা ধনঞ্জয় ।
সেহিবেলা মাধৱে ডাকিলা চাৰি হয় ॥
উথলিলা চাৰি ঘোঁৰা সমৰক প্ৰতি ।
ৰাজপথে ঘোঁৰায়ে ধৰিলা মনোগতি ॥২৬৬৬৯
সেহিবেলা চিন্তন্ত অৰ্জ্জুন মহাবল ।
সকল শৰীৰ হন্তে বহে ঘৰ্ম্মজল ॥
অৰ্জ্জুনৰ অভিপ্ৰায় বুজিলন্ত হৰি ।
বুলিবাক লাগিলন্ত বচনে সাদৰি ॥২৬৬৭০
আচম্বিতে তাৰ ঘোৰ পৰাক্ৰম দেখি ।
সমৰে কৰ্ণক ভয় নকৰিবা সখি ॥
মধ্যদেশে জানে যুদ্ধ যাৰ যেনমত ।
আমি দেখি আছো সবে বীৰৰ মহত্ব ॥২৬৬৭১
যিবেলাত ঘোৰ যুদ্ধ কৰা ধনঞ্জয় ।
একে ৰথে থাকন্তে আমাৰ লাগে ভয় ॥
তাসম্বাক অবিলম্বে বধিবা বণত ।
কৰ্ণ কোন ক্ষুদ্ৰ তন্তু আগে তৃণবৎ ॥২৬৬৭২
অৰ্জ্জুনে বোলন্ত মোৰ মহিমা যতেক ।
দিব্য শৰ প্ৰহাৰন্তে দেখিবা প্ৰত্যেক ॥
কৰ্ণক বধিতে মোক প্ৰশংসিবে প্ৰবাদে ।
সকলে জানিবা প্ৰভু তোমাৰ প্ৰসাদে ॥২৬৬৭৩

ধৃতৰাষ্ট্ৰ ৰাজা পাচে কহিয়ো সঞ্জয় ।
ৰাজাক দেখিবে যেবে গৈলা ধনঞ্জয় ॥
সিবেলা কৌৰৱ সমে বীৰ বৃকোদৰ ।
কেনে যুদ্ধ ভৈলা মোত কহিয়ো সত্বৰ ॥২৬৬৭৪
সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ ।
ভীম সমে মহাযুদ্ধ ভৈলা কৌৰৱৰ ॥
দুৰ্য্যোধনে পাঠি দিলা হয় হস্তী ৰথ ।
ভীমসেন বীৰৰ বেঢ়িলে আসি পথ ॥২৬৬৭৫
চতুৰ্দ্দিকে শৰবৃষ্টি কৰিলেক চাপি ।
বাৰিধাৰ মেঘে যেন গগন বিয়াপি ॥
মাহুতে খঞ্জিলা হস্তীগণৰ আস্ফাল ।
আটাসতে কাণ ফালে যায় ভূমিচাল ॥২৬৬৭৬
কৌৰৱৰ শৰত জৰ্জৰ ভৈলা তনু ।
পাচে ভীমে তুলি লৈলা ভয়ঙ্কৰ ধনু ॥
দিব্য অস্ত্ৰ প্ৰহাৰিলা দশোদিশে ছানি ।
দশ পাঞ্চ কাটিলেক এক শৰ হানি ॥২৬৬৭৭
কাৰো উৰু বাহুযুগল কাৰো বক্ষস্থল ।
কাৰো শৰীৰন্ত পৰি গোটে যায় তল ॥
সিবেলাত ভীমৰ কৰ্ম্ম অদভুত আতি ।
বিদুৰে ডাকয় ৰথ খৰতৰ গতি ॥২৬৬৭৮
বিষাদ শবদে যেন বতাসে সোসাই ।
দূৰতে দেখন্ত সমীপতে সেহি ঠাই ॥
সমীপে থাকন্ত অন্তৰয় সেহি বেগে ।
ৰথখান ফুৰে আতি মনোজয় বেগে ॥২৬৬৭৯
যেন মূৰ্ত্তিমন্ত হুয়া প্ৰজা কালে খায় ।
ভীমে সেহিমত পটন্তৰ সমুদায় ॥
অশ্বত্থামা যুজিলন্ত দুই দণ্ডমান ।
তাত পাচে কৃতবৰ্ম্মা কৰিলা সন্ধান ॥২৬৬৮০
তাত পাচে কৰ্ণে আসি কৰিলা সমৰ ।
সংক্ষেপে কহিলোঁ কথা বাহুল্যক ডৰ ॥
ভীমৰ প্ৰচণ্ড শৰ সহিতে নপাৰি ।
ভঙ্গ দিলা তনু সৈন্যগণ যুদ্ধ হাৰি ॥২৬৬৮১
এহিমতে ভীমে কৌৰৱক জিনি ৰণ ।
পাচে বিদুৰক চাই বুলিলা বচন ॥

বিদুৰ্ক সাৰথি মোৰ দেখা বাহুবল।
দেখা মোত ভঙ্গ দিলা কৌৰৱসকল ॥২৬৬৮২
ইহেন আনন্দ বেলা কহিয়োক তই।
দাৰুণ সমৰে কতোমান দেখা মই ॥
কতো অস্ত্র আছে মোত কহিয়ো সমস্ত।
কহিয়ো বিদুৰ্ক মোৰ অস্ত্রৰ মহত্ব ॥২৬৬৮৩
সামান্য পুৰুষ হেন নেদেখিবি মোক।
পৰ্য্যটি আসিবে পাৰো ইটো তিনি লোক ॥
বিদুৰ্ক বদতি তযু কৰিবো বিক্রম।
গতিত পৱন যেন বিগ্রহত যম ॥২৬৬৮৪
গম্ভীৰে সাগৰ সম বলে পুৰন্দৰ।
মাধৱৰ ভক্তিত নাহিকে পটন্তৰ ॥
তিনি কোটি শৰ আছে পাৱক সঙ্কাশ।
একলক্ষ শিলীমুখ দেখি লাগে ত্রাস ॥২৬৬৮৫
দুইলক্ষ অৰ্দ্ধচন্দ্র নিযুত তোমৰ।
হাজাৰ অগ্ন্যস্ত্র তিনি কোটি ভল্ল শৰ ॥
আনো অসংখ্যাত শৰ আছয় টোণত।
গুৰুতৰ গদা আছে বিদাৰে পৰ্ব্বত ॥২৬৬৮৬
চন্দ্রহাস খড়্গ আছে অভেদ্য কৱচ।
যাবে যুদ্ধ দেন্ত দেৱদানৱৰ ত্রাস ॥
শুনি খলখলি হাসিলেক বৃকোদৰ।
তোৰ যত্নে প্রসাদক কৰিবো বিস্তৰ ॥২৫৬৮৭
ভীমে বোলে সাৰতৰ শুনি তোৰ বাক।
অশেষ বচনে তই কিনিলি আমাক ॥
ধন কিবা দিবো অস্থায়ী তাক জান।
ভাল ভাল চাই লৈয়ো গ্রাম আঠখন ॥২৬৬৮৮
শুনিয়ো বিদুৰ্ক আৰে কথা কহোঁ মই।
নৃপতিক দেখিবাক গৈলে ধনঞ্জয় ॥
কিছু নজানিলোঁ বাৰ্ত্তা জীৱন মৰণ।
সিকাৰণে মোৰ উত্রাৱল কৰে মন ॥২৬৬৮৯
আৰো দেখা মোৰ পাচে সৈন্যৰ আন্দোল।
লৰবয় প্রজাগণ ধৰমাৰ বোল ॥
কাট কাট মাৰ মাৰ সৈন্যৰ আন্দোল।
বিদুৰতে শুনন্তে কৰ্ণত লাগে তাল ॥২৬৬৯০
বিদুৰ্ক বদতি কথা জানিলোঁ নিশ্চয়।
সেহিস্থানে অৱশ্যে আসিছে ধনঞ্জয় ॥
দেখা মেঘ ফেৰি যেন চন্দ্র সম জ্বলে।
সেহিটো কৌস্তুভ মণি মাধৱৰ গলে ॥২৬৬৯১
সৈন্যসব মাৰে দেখা হস্তীক সংহৰে।
ধৃতৰাষ্ট্র জানিবা অৰ্জ্জুন ধনুৰ্দ্ধৰে ॥
কপিলৰ বৰ্ণ দেখা পৰম উচ্ছ্রিত।
এহিটো বানৰধ্বজ অতি বিপৰীত ॥২৬৬৯২
হেন দেখি ভীমৰ পৰম কৌতূহল।
কৰ্ণৰ সমুখে থেদি গৈলা বৃকোদৰ ॥
গদাঘাতে অচেতন ভৈলা কৰ্ণ বীৰ।
তাক লাগি ৰাজাগণ চলিলা বিস্তৰ ॥২৬৬৯৩
তব পুত্র উলুক সহিতে মহাৰায়।
ঘোৰ ৰণে ভীমক পেষিবো যমঠাই ॥
দুৰ্য্যোধন ৰাজাৰ আদেশ ধৰি মনে।
চলিলন্ত ৰাজাগণ যুদ্ধক যতনে ॥২৬৬৯৪
সংহাৰিয়া প্রজাগণ গৈলা পাচে চাপি।
বাৰিষাৰ মেঘ যেন গগন বিয়াপি ॥
বৰ বেগে ব্যূহ ভেদি চলে মহাৰথ।
আইস বুলি শকুনি ভেণ্টিল তাৰ পথ ॥২৬৬৯৫
বিদাৰিয়া ভীমক দাৰুণ শৰ ঘায়।
ৰহিলা সমুদ্রে যেন কাষৰিক পায় ॥
সমৰে হানিলা শৰ পৰম প্রচণ্ড।
শকুনিৰ ৰথখান কৰি খণ্ড খণ্ড ॥২৬৬৯৬
ৰথভঙ্গে ভূমিত পৰিলা গিৰিলাই।
তাৰ পুত্র অলেকে ভেণ্টিলা পথ যায় ॥
কাণ্ডে কাণ্ডে যাঠি জোঙ্গ হানিলা বিস্তৰ।
বৰ টানে হৃদয়ত ভেদিলা ভীমৰ ॥২৬৬৯৭
কৰ্ণেয়ো খেদিয়া যুদ্ধ দিলা সাৱধানে।
নাকে মুখে ভীমৰ ভেদিলা বৰ টানে ॥
সেহিবেলা ঘোৰ যুদ্ধ মিলিলা অপাৰ।
হুলস্থুল আন্দোল মিলিলা নিৰেলাৰ ॥২৬৬৯৮
সেহিবেলা সাত্যকি নকুল সহদেৱ।
পাণ্ডৱৰ বীৰগণ নথাকিলা কেৱ ॥

অনুৰূপে ভীমক সমস্তে গৈলা খেদি।
বাজ ভৈলা ভীমে যে দুৰ্গম ব্যূহ ভেদি ॥ ২৬৬৯৯
যেন ভয়ঙ্কৰ মৎস্যে গৈলা জাল কাটি।
ভীমে সেহিমতে গৈলা কৌৰৱক কাটি ॥
লাজ ভৈলা কৰ্ণ আতি অপমান বৰ।
পাণ্ডৱগণক ধাইলা ক্ৰোধ কৰি বৰ ॥ ২৬৭০০
শুকান বনত যেন লাগিলা অগনি।
সেহিমতে পাণ্ডৱগণক মাৰে হানি ॥
মাংসে সমাকীৰ্ণ ভৈলা ৰণভূমি মাজে।
সেহিবেলা কৰ্ণক মাতিলা শৈল্য ৰাজে ॥ ২৬৭০১
পূবে দেখা ধনঞ্জয় তোমাক খেদি আসে।
গাণ্ডীৱ টঙ্কাৰে শৰ মাৰি দশোদিশে ॥
বানৰ ধ্বজৰ শুনি আটাস আন্দোল।
কাণ ফাটি যায় ৰথ ঘৰিষণ বোল ॥ ২৬৭০২
নৃপতিক যত দুখ দিলা মহাবল।
ধনঞ্জয় আসিলে লভিবা তাৰ ফল ॥
সম্প্ৰতি দেখিয়ো যত সেনাগণ ভাগে।
যুদ্ধ এৰি তাসম্বাক ৰাখিবাক লাগে ॥ ২৬৭০৩

অৰ্জ্জুনৰ সমৰক্ষেত্ৰত প্ৰৱেশ আৰু কৰ্ণৰ লগত ৰণ

সঞ্জয় বদতি কথা শুনা মহাশয়।
সেহিবেলা সমৰে প্ৰৱেশ ধনঞ্জয় ॥
মাধৱে ডাকন্ত ৰথ পৱন সঞ্চাৰে।
দেখি দুৰ্য্যোধন ৰাজা সচকিত ডৰে ॥ ২৬৭০৪
কৰ্ণৰ আগত ৰথ কাটিলা বহুত।
অৰ্জ্জুনৰ আগে নিৰুৎসাহ ৰাধাসুত ॥
নিৰুৎসাহ কৰ্ণ অৰ্জ্জুনৰ দেখি বল।
হত ভৈলা কৰ্ণ বুলি মানিলা সকল ॥ ২৬৭০৫
ভীমক নমিলা পাচে ধনঞ্জয় বীৰ।
বাৰ্ত্তা কহিলন্ত যুধিষ্ঠিৰ নৃপতিৰ ॥
কৰ্ণক বধিবে নিজ অঙ্গীকাৰ যত।
সবে কথা ধনঞ্জয় কহিলা ভীমত ॥ ২৬৭০৬
থাকিয়োক দাদা তুমি জিৰাওৱা এখন।
যুদ্ধ চাই থাকা কৰ্ণ আজি কাৰ্য্য বল ॥

শুনিয়া ভীমৰ ক্ৰোধ জ্বলিলা মনত।
কিনো অশকত মোক দেখিলি কাত ॥ ২৬৭০৭
এহি বুলি কৰ্ণক হানিলা তৰুশাল।
অন্তকালে যেন প্ৰকম্পিত যমকাল ॥
গদা হানি শকুনিৰ ভাঙ্গিলন্ত ৰথ।
লাথি মাৰি উলুকক নিলা যমপথ ॥ ২৬৭০৮
দেখ নেদেখ বেগে লৰবন্তে যায়।
অশ্বত্থামাৰ ৰথখান ভাঙ্গিলা কোবাই ॥
ৰথভঙ্গে দ্বিজবৰ পৰিলা ভূমিত।
হৃদয়ত কোবেক বলাইলা বিপৰীত ॥ ২৬৭০৯
চিৰঞ্জীৱ কাৰণে নগৈলা তাৰ প্ৰাণ।
কৃপক কৰিলা পাচে দাৰুণ সন্ধান ॥
লৰৰিয়া কৃপে ভূমিপাৰে চলি গৈলা।
সাৰথি সহিতে ৰথ চূৰ্ণাকৃত ভৈলা ॥ ২৬৭১০
সেহি গদা ধৰি সেনা মাৰিলা বহুত।
অযুতেক কুঞ্জৰ মাৰিলা বায়ুসুত ॥
একেশ্বৰে মাৰি পেষে কুৰু সেনাগণ।
দেখি দুৰ্য্যোধনৰ বিষাদ ভৈল মন ॥ ২৬৭১১
যাকে যাকে নৰপতি সমৰক পাঞ্চে।
ভীমক দেখিয়া মুখুঁজিয়া পাচগুচে ॥

ভীম দুঃশাসনৰ যুদ্ধ আৰু ভীমৰ দুঃশাসন-ৰক্তপান

দেখি দুঃশাসন বোলে ভায়েকৰ আগে।
ভীমক যুজিবে লাগি গোটা গোটি লাগে ॥ ২৬৭১২
ঘোৰ শৰ মাৰি ৰণে পেষোঁ যমঘৰ।
এহিবুলি দুঃশাসন তনয় তোমাৰ ॥
মহাবেগে ৰথ ডাকি হানিলা ঘোৰ শৰ।
নাকে মুখে ভীমৰ যে তাড়িলা বিস্তৰ ॥ ২৬৭১৩
নাকে মুখে পীড়া পায়া দাৰুণ সন্ধানে।
থমকি ৰহিলা বীৰ খানিতেক মানে ॥
সেহিবেলা বিহুকে যোগাইলা ৰথবৰ।
ডেৰ দিয়া তাহাতে চৰিলা বৃকোদৰ ॥ ২৬৭১৪
দেখি দুঃশাসন বিদুৰক এক শৰে।
কেৰাই থাকিলা পাৰি ৰথৰ উপৰে ॥

গদা থৈয়া ভীমেয়ো শৰক প্ৰহাৰিলা।
পাচে দুহান্তৰ যুদ্ধ অনেক মিলিলা ॥ ২৬৭১৫
দুইকো দুয়ো শৰ হানে অনেক টঙ্কাৰি।
মৰ্ম্ম ভেদ উচ্চাৰি দুহানো পাৰে গালি ॥
পূৰ্ব্বে যেন যুদ্ধ কাম সহিতে শঙ্কৰ।
সেহিমতে যুদ্ধ দুঃশাসন বৃকোদৰ ॥ ২৬৭১৬
দুইকো দুইয়ো মৰ্ম্মস্থানে প্ৰহাৰন্ত বেগে।
দুয়ো মূৰ্চ্ছা যায় পৰি থাকে একেলগে ॥
সেহিবেলা ভীমে লৈলা অৰ্দ্ধচন্দ্ৰ বাণ।
দুঃশাসন বীৰৰ কাটিলা ধনুখান ॥ ২৬৭১৭
আৰো শৰে সাৰথিৰ কাটিলন্ত শিৰ।
আন ধনু ধৰিলন্ত দুঃশাসন বীৰ ॥.
আপুনি সাৰথি হুয়া ৰথ চামু কৰি।
প্ৰহাৰিবে লৈলা পাচে মহা ক্ৰোধ কৰি ॥ ২৬৭১৮
বিমুকক প্ৰহাৰিলা একশত বাণ।
আৰো শৰে কাটিলা ভীমৰ ধনুখান ॥
অদভুত কৰিলন্ত তোমাৰ তনয়।
প্ৰশংসিলা পাণ্ডৱী কৌৰৱী বীৰচয় ॥ ২৬৭১৯
হেন দেখি ভীমে লাজে গদা লৈলা তুলি।
শেন যেন জাম্প দিলা কপোতক বুলি ॥
গদাশ্ৰমে উকৰাইলা তাৰ যত শৰ।
খেদি গৈয়া কোবেক বৈসালা বৃকোদৰ ॥ ২৬৭২০
দুঃশাসন জাম্প দিলা পৃথিৱীক লাগি।
চাৰি ঘোঁৰা মৰি ৰথখান গৈলা ভাগি ॥
তথাপিতো নপলাইলা তনয় তোমাৰ।
সিয়ো গদা ধৰিয়া ভীমক দিলা ধাৰ ॥ ২৬৭২১
দক্ষিণ বামত দুয়ো কৰন্ত মণ্ডলি।
দুইকো দুয়ো প্ৰহাৰি হাসন্ত খলখলি ॥
গদাৰ কোবত গদা অগনি উফৰি।
প্ৰহাৰন্তে মাৰন্তে অধিক ক্ৰোধ চৰি ॥ ২৬৭২২
এহিমতে দুয়োজন প্ৰহাৰে ক্ৰোধত।
ভাগৰিলা দুঃশাসন ভীমৰ হাতত ॥
সিকাৰণে ভীমে দুঃশাসনৰ উপৰে।
পীড়া নপাৰন্ত বীৰ কটাক্ষ নকৰে ॥ ২৬৭২৩
ভীমৰ গদাৰ কোব যেন বজ্ৰপাত।
দুঃশাসন বীৰৰ নচলে ভৰি হাত ॥
শৰীৰৰ অলঙ্কাৰ বসন নৰৈলা।
গদাৰ কোবত সবে ছিণ্ডি ছিণ্ডি গৈলা ॥ ২৬৭২৪
শৰবিষে পীড়া কৰে মুখে নাসে মাত।
পলাইবেক লাগি দশোদিশে ছেগ চান্ত ॥
সেহিবেলা বৃকোদৰ ভাবিলন্ত মনে।
দ্ৰৌপদীৰ মুক্তকেশ ইহাৰ কাৰণে ॥ ২৬৭২৫
ৰজঃস্বলা সময়ত বস্ত্ৰ লৈলা কাঢ়ি।
এহি দুঃশাসন দুৰাচাৰ ঘোৰ বৈৰী ॥
তাৰ প্ৰতিফল দিওঁ সম্মুখ সমৰে।
এহিবুলি ক্ৰোধত জ্বলিলা বৃকোদৰে ॥ ২৬৭২৬
হাতে হাতে মৰ্দ্দি বীৰে চোবায়ে দশন।
ভীমৰ আক্ৰান্তি দেখি দুখে দুঃশাসন ॥
চক্ৰাকাৰে ফুৰাৰন্ত গদা গুৰুতৰ।
থাম্প দিয়া কেশত ধৰিলা বৃকোদৰ ॥ ২৬৭২৭
সিংহৰ হাতত যেন বন্দী ভৈলা হাতী।
এৰাইবাক লাগি কৰে অনেক আক্ৰান্তি ॥
পৰম ক্ৰোধতে বৃকোদৰে আছে ধৰি।
মহাভয়ে দুঃশাসন কাম্পে তৰতৰি ॥ ২৬৭২৮
ভীমে বোলে ইহাৰ শোণিত কৰো পান।
অঙ্গীকাৰ ৰাখিয়া শত্ৰুৰ শুজোঁ মান ॥
দূৰহন্তে দেখিয়া কৌৰৱে চাই আছে।
দূৰহন্তে ৰাজাক মাতিলা ভীমে পাচে ॥ ২৬৭২৯
শুনা অৰে দুৰ্য্যোধন দেখা মাথা তুলি।
ভায়েৰক পেষোঁ যম-সদনক বুলি ॥
যি গৰ্ব্বত আমাক লগাইলা অপমান।
ভায়েকৰ কাটি আজি শুজো তাৰ মান ॥ ২৬৭৩০
ৰাখিবাক পাৰা যদি কৰা প্ৰতিকাৰ।
শুনা শুনা অৰে পাপী কৰ্ণ দুৰাচাৰ ॥
দুঃশাসন যুৱৰাজক হেৰ কাটো মই।
আগবাঢ়ি পাপী কেনে নৰাখস তই ॥ ২৬৭৩১
শুনা অৰে অশ্বত্থামা কপটী ব্ৰাহ্মণ।
শুনা কৃপ গুৰু কৌৰৱৰ শুজো ঋণ ॥

শুনা অৱে ৰাজাগণ বয়সে প্ৰমাণ।
পাৰা যদি ইহাক কৰিয়ো পৰিত্ৰাণ ॥ ২৬৭৩২
এহিবুলি ভীমে খসাইলেক খড়্গখান।
দুৰ্য্যোধন ৰাজা দেখি আছে বিদ্যমান ॥
সকল কৌৰৱগণ আছে চাই চাই।
ৰক্ষা কৰিবাক প্ৰতি কাৰো শক্য নাই ॥ ২৬৭৩৩
ভীমে তাক ভূমিত পেলাইলা চিত কৰি।
মহাভয়ে দুঃশাসন কাম্পে থৰথৰি ॥
ধৰফৰ কৰে ৰাজা হৈলেক আক্ৰান্তি।
গলে ভৰি দিয়া ভীমে ধৰিলন্ত ডান্তি ॥ ২৬৭৩৪
মহাভয়ে কাম্পে সিটো নপান্ত উশাস।
মনত হৰিষে ভীমে তেজিলে আটাস ॥
পাচে খঙ্গে বিদাৰিলা বক্ষঃস্থল ছিৰি।
পিয়ন্ত ৰুধিৰ দুয়ো আঞ্জলিক ভৰি ॥ ২৬৭৩৫
তপত ৰুধিৰ ঢোকে ঢোকে পিয়ে আনি।
অমৃততোধিক ভীমে হেন মনে মানি ॥
কি কৰে ফিৰে বুলি লোকে আছে চাই।
নাকত আঙ্গুলি দিয়া সবে আছে চাই ॥ ২৬৭৩৬
হেন কৰ্ম্ম কোনে কৰে ৰাক্ষসত বিনে।
কুৰুসেনা সকলেয়ো মনে মনে গুণে ॥
মনুষ্যৰ শোণিত মনুষ্যে দেখা খায়।
নাহি নুপজিব হেন কালৰ বিলায় ॥ ২৬৭৩৭
কিবা সপোনক দেখো সচিতৰ কৰ্ম্ম।
ৰাম-নাৰায়ণ সুমৰন্ত ধৰ্ম্ম ধৰ্ম্ম ॥
এহিমতে শোণিত পিয়ন্ত নিৰন্তৰ।
পুনু তাক আবাৰ মাতিলা বৃকোদৰ ॥ ২৬৭৩৮
ভীমে বোলে শুনিয়োক ক্ষত্ৰিয় সমস্ত।
অসংখ্যাত পিঠা লাৰু ভুঞ্জি আছো যত ॥
প্ৰথমতে কৰিছোঁ মাতৃৰ স্তন পান।
অনেক ভুঞ্জিছোঁ আৰু পিঠা পৰমান ॥ ২৬৭৩৯
দেৱযোগ্য ফল পঞ্চামৃত ষড়ৰসে।
হেন স্বাদ নভু পাওঁ আমাৰ বয়সে ॥
মহাস্বাদ শত্ৰুৰ শোণিত যেন লাগে।
অমৃতক তুচ্ছময় দেখোঁ আৰ আগে ॥ ২৬৭৪০

এহিবুলি মাথাক কাটিলা খড়্গ হানি।
তাতে মুখ দিয়া যেন পিয়ন্ত আপুনি ॥
বাঘে যেন হুপি হুপি পশুৰ গলত।
দুঃশাসন বীৰক ভীমেয়ো সেহিমত ॥ ২৬৭৪১
গো মুখে তেজক পিয়ে নিদাৰুণ আতি।
দুৰ্য্যোধন ৰাজাক মাতিলে ভীমে মাতি ॥
গৰু বুলি পূৰ্ব্বত লগাইছ অপমান।
গৰুৰ কৰ্ম্মক পূৰ্ব্বে নভু কৰো আন ॥ ২৬৭৪২
ভায়েৰৰ তেজ পিয়ো নকৰিবা খঙ্গ।
এবে যদি গৰু বোলা তেবে মোৰ ৰঙ্গ ॥
গো মুখে তেজক পিয়ো গৰু বোলা মোক।
গালি নাপাৰিবি নকৰিবি কিছু শোক ॥ ২৬৭৪৩
এহিবুলি শোণিত পিয়ন্ত মহাবল।
দেখি গলাৱাৰ কৰে কৌৰৱসকল ॥
মনুষ্য-শোণিত দেখোঁ মনুষ্যেই খাই।
নাহি নুপজিব হেন কালৰ বিলায় ॥ ২৬৭৪৪
কতো বোলে ইটো কথা শুনিছা অৱশ্য।
ৰাক্ষসে বৃকোদৰ নুহিকে মনুষ্য ॥
মনুষ্যৰ বেশে ইটো মায়া কৰি থাকে।
ভাই বুলি যুধিষ্ঠিৰে লুকুৱায় ঢাকে ॥ ২৬৭৪৫
আগ পাচ জিজ্ঞাসিয়া দেখা কেন গতি।
ৰাক্ষসী হিড়িম্বা সমে পুয়াছে বসতি ॥
ৰাক্ষসে মানুষে যুজিবাৰ কোন ফল।
এহিবুলি অন্তৰিলা ক্ষত্ৰিয়সকল ॥ ২৬৭৪৬

দুঃশাসনৰ মৃত্যুত দুৰ্য্যোধনৰ শোক আৰু
ভ্ৰাতৃসকলৰ যুদ্ধ-যাত্ৰা

পলাইবে নপাৰি দুৰ্য্যোধনে আছে চাই।
তাসম্বাতে সমস্তে লাগিল বেবুৰাই ॥
শোণিত পিয়ন্তে পৰাক্ৰম দেখি তান।
মহাভয়ে কাহাৰো পৰিল ধনুখান ॥ ২৬৭৪৭
ভাবৰ খড়্গ মানে খসি খসি গৈল।
সকল কৌৰৱগণ মৰা প্ৰায় ভৈল ॥
বেঢ়ি বেঢ়ি আছে তাক অনেক নৃপতি।
মহাশোকে কান্দে দুৰ্য্যোধন নৰপতি ॥ ২৬৭৪৮

বাপু দুঃশাসন কেনে এৰি যাস মোক।
যমপুৰে গৈলা নেৰাইবোহো ইটো শোক ॥
ইটো মোৰ মনোদুখ আগে তোক খালে।
মোৰ বুক পোৰে তাৰ কি গতি বঢ়ালে॥ ২৬৭৪৯
মোক দেখি গান্ধাৰী মাৰৰ হৈবে শোক।
সবাতো অধিক ইসে শোকে পীড়ে মোক ॥
শুনি প্ৰাণ ফুটে তোৰ বধূৰ নিকাৰ।
কিমতে সহিব দুখ বিধৱাৰ ভাৰ ॥ ২৬৭৫০
সবাৰো আগত খাইলে ভীম বাঘকাল।
মিছা কাজে পোষো মই শৃগালৰ পাল ॥
দুৰ্য্যোধন নৃপতিৰ দেখি এত কষ্ট।
তাৰ আঠ ভাই গৈলা কান্দন্তে কান্দন্ত ॥ ২৬৭৫১
কৰিলো মেলানি দাদা চৰণে তোমাৰ।
ভ্ৰাতৃ দুঃশাসনৰ শুজিব আজি ধাৰ ॥
মৰাৰ ৰুধিৰ পিয়ে দৰ্প বিপৰীত।
আমিয়ো ভীমৰ আজি পিবোহো শোণিত॥২৬৭৫২
ব্ৰাহ্মণ বৰিষ আৰো মন্দ বীৰবৰ।
অনুলোমী শঙ্ক যে অপাৰ ধনুৰ্দ্ধৰ ॥
প্ৰজ্ঞৱৰ দুষ দুষণ এহি বীৰবৰ।
ভীমক খেদিয়া গৈলা কৰি মহামাৰ ॥ ২৬৭৫৩
আঠো একেলগে যায় ব্যূহক বিদাৰি।
সমীপ চাপিলা ভীমে সমে সৈন্য মাৰি॥
ভঙ্গ দিলা সহাস বীৰে কৰে ছন্ন।
ৰুধিৰে প্ৰমত্ত বীৰে নপাৰে চেতন ॥ ২৬৭৫৪
বিস্নুকে চিনাইলা যেন খুজিলেক হাতী।
ভীমে বুলিলন্ত পাচে তাসম্বাক মাতি ॥
ফিৰি যোৱা ভ্ৰাতৃগণ আপোনাক সাৰি।
আজি ভায়েৰাক থলো খাবাক নপাৰি ॥ ২৬৭৫৫
তথাপিতো আসা যদি মোত দোষ নাই।
কাক গৃধ্ৰ শৃগালে ভুঞ্জিবো সেহি ঠাই ॥
ভীমৰ বচন যেন প্ৰহাৰৰ জৰ।
ক্ৰোধত শৰীৰ কাম্পে দশো ভায়েকৰ ॥ ২৬৭৫৬
দশ বীৰে আগ বাঢ়ি দিলে শৰজাক।
প্ৰাশ শূল নাৰাচ তোমৰ জাকে জাক ॥

দশজনে শৰ হানে দশগুণ বলে।
শ্ৰাৱণৰ মেঘে যেন বৰিষয় জলে ॥ ২৬৭৫৭
শৰৰ প্ৰহাৰে বিস্নুকৰ গাৱ কাম্পে।
ভীমে সচকিত ভৈলা শৰৰ প্ৰতাপে ॥
নাহি দিশ বিদিশ নমনি আগ পাচে।
শৰঘাৱে চাৰি ঘোঁৰা থিউলেঞ্জে নাচে॥ ২৬৭৫৮
শৰৰ প্ৰহাৰে ঘোঁৰাৰ কম্পি গৈলা তনু।
পাচে ভীমে তুলি লৈলা ভয়ঙ্কৰ ধনু ॥
বায়ুক প্ৰণামি জুৰিলন্ত বায়ু শৰ।
উৰুৱাইলা শৰচয় ভীমে কৌৰৱৰ ॥ ২৬৭৫৯
দশ শৰে দশক কাটিলা অপ্ৰয়াসে।
যেন দশগোটা বৃক্ষ ভাঙ্গিল বতাসে ॥
যেন তাৰাসকলৰ পুণ্যক্ষয় ভৈল।
ৰথহন্তে দশোবীৰ খসি খসি গৈল ॥ ২৬৭৬০
একেলগে তোমাৰ তনয় দশ হত।
নৰহে কৌৰৱ আৰ ভীমৰ হাতত ॥
অৱশেষে তোমাৰ তনয় যতমান।
দুৰ্য্যোধন ৰাজাক এৰিয়া সেহি থান ॥ ২৬৭৬১
মহাভয়ে পলাইলেক এৰি ঘোৰ ৰণ।
বাঘৰ খেদাত যেন পলাই গৰুগণ ॥
সেহিবেলা কৰ্ণক মাতিলা শল্যৰাজ।
দেখা ৰাধাসুত সমৰৰ কোন কাজ ॥ ২৬৭৬২
দুৰ্য্যোধন ভঙ্গ দিলা ভ্ৰাতৃগণ শোকে।
অশ্বত্থামা আদি কৰি যত বীৰ লোকে ॥
সমৰক ডৰে সবে আছে সেহি ঠাই।
ভীমৰ হাতত কেনে সৈন্যৰ বিলাই ॥ ২৬৭৬৩
আন ছলে পলাই গৈলা ক্ষত্ৰিয়সকল।
তুমি পুনু পলাইবা নাপাবা মহাবল ॥
দুৰ্য্যোধনে মহাভাৰ অৰ্পিছে তোমাত।
ধনঞ্জয় আছে যেন কালান্ত সাক্ষাত ॥ ২৬৭৬৪
জয় ভৈলে ৰাজ্য পাইবা মৰিলে স্বৰ্গক।
আকে জানি ৰাধাসুত বিলম্ব কিসক ॥
মাথা তুলি দেখা কৰ্ণ তনয় তোমাৰ।
পাণ্ডৱক প্ৰতি বৃষসেনে দিলা ধাৰ ॥ ২৬৭৬৫

আপোন তনয় তাৰা এৰা গৰ্ব্ব কত।
পাণ্ডৱ অগনি সিটো পতঙ্গ সাক্ষাত ॥
পুত্ৰৰ সন্তাপে হৈবা বাতুলৰ নয়।
আকে জানি নিবৰ্ত্তোৱা তোমাৰ তনয় ॥ ২৬৭৬৬
কৰ্ণে বোলে আমাৰ আগত হেন সাস।
পুত্ৰক জঙ্কাৰে মই নকৰো বিনাশ ॥
শল্যে বোলে দেখি মই আছো পূৰ্ব্ব হন্তে।
দুঃশাসনক ৰাখিলাহা শোণিত পিয়ন্তে ॥ ২৬৭৬৭
এতহন্তে বৃষসেন কৰ্ণৰ তনয়।
ভীমক সন্ধানে ভেদিলেক শৰচয় ॥
কুৰুসৈন্য বিদাৰন্তে গদা ধৰি কৰে।
মহাপীড়া পাইলা ভীমে বৃষসেন শৰে ॥ ২৬৭৬৮
ৰুধিৰে প্ৰমত্ত ভীম নপাৰন্ত জ্ঞান।
সাক্ষাতে নকুলে চাই আছে বিদ্যমান ॥
ক্ৰোধত শৰীৰ কাম্পে সহিতে নপাৰি।
পাণ্ডৱক লাগি বৃষসেন দিলা ধাৰি ॥ ২৬৭৬৯
প্ৰথমতে নকুলে হানিলা তিনি শৰ।
মৰ্ম্মস্থানে বিদাৰিলা কৰ্ণৰ পুত্ৰৰ ॥
হৃদয়ত পৰি শৰ গৈলেক নিকালি।
আৰো শৰ জুৰিলা নকুল মহাবলী ॥ ২৬৭৭০
কৰ্ণৰ পুত্ৰৰ শৰ স্ফটিকে গঠিত।
ৰাত্ৰি দিনে সুশোভিত দেখি বিপৰীত ॥
গোৰতে কাটিলা তাক নকুল কুমাৰ।
কুৰু সেনাগণে দেখি কৰে হাহাকাৰ ॥ ২৬৭৭১
আৰো শৰে বৃষসেনৰ কাটিলন্ত ধনু।
কৰ্ণৰ পুত্ৰৰ দশ গুণে ভৈলা মন্যু ॥
মহাবেগে আন ধনু লৈলা বীৰবৰ।
খুৰ শৰে হৃদয় ভেদিলা নকুলৰ ॥ ২৬৭৭২
পুনু আন শৰে নকুলৰ ধনুৰ্ব্বাণ।
কৰ্ণসুতে কাটিলন্ত কৰি খান খান ॥
ধ্বজ দণ্ড পতাকা কাটিলা শৰ হানি।
দেখি ক্ৰোধে নকুলে শকতি লৈলা আনি ॥ ২৬৭৭৩
আচোটে কাটিলা ধনু কৰ্ণ তনয়ৰ।
সিয়ো কাটিলেক ধনু বীৰ নকুলৰ ॥
সাৰথি ধ্বজক ঘোঁৰা কাটিলেক বৰ্ম্ম।
দেখি খঙ্গে নকুলে ধৰিলা খড়্গ চৰ্ম্ম ॥ ২৬৭৭৪
খড়্গ চৰ্ম্ম ধৰি বীৰে পৱন সঞ্চাৰ।
মহাৰথী কাটিলন্ত দুতয় হাজাৰ ॥
নানা দেশ হন্তে ৰাজাগণ আসি আছে।
নকুলে কাটিলা ভাল ভাল চাই পাচে ॥ ২৬৭৭৫
সামান্য সেনাক নকাটিয়া এৰিলন্ত।
কৰ্ণৰ পুত্ৰক দেখি বেগে খেদি যান্ত ॥
পাচে বৃষসেনে শৰ কৰিলা সন্ধান।
অৰ্দ্ধচন্দ্ৰ শৰে নকুলৰ বাৰুখান ॥ ২৬৭৭৬
খড়্গ চৰ্ম্ম কাটিলা নকুলে চাই আছে।
হৃদয়ত দশ শৰ প্ৰহাৰিলা পাচে ॥
মহা খঙ্গে নকুলেয়ো অপমান বৰ।
শিঙ্গা ভাঙ্গা বৃষ যেন দিলেক লৰৰ ॥ ২৬৭৭৭
পৰবলে যত্নে ভীম ভৈলেক কাখৰি।
লৰৰিয়া নকুলে গৈলেক ৰণ এৰি ॥
শুনা সৰ্ব্বজনে সাৰ ভাৰতৰ কথা।
ইহেন মনুষ্য জন্ম নকৰিয়ো বৃথা ॥ ২৬৭৭৮
হৰি ভক্তি কৰি কৰা জনম সফল।
জ্ঞান ভক্তি কৰ্ম্ম বিনে সকলো বিফল ॥
ৰাম সৰস্বতী ভণে এৰা আন কাম।
জন্মৰ সাফল হৌক বোলা ৰাম ৰাম ॥ ২৬৭৭৯

---

কৰ্ণপুত্ৰ বৃষসেনৰ লগত ৰণ

**ছবি**

নমো নমো নাৰায়ণ ভৱবন্ধ বিনাশন
অৰুণ চৰণে মোৰ গতি।
ভক্তি ধনে কিনিয়োক সংসাৰক তাৰিয়োক
বোলে দীন ৰাম সৰস্বতী ॥
বৃষসেন দেখিলেক ভীম আসি পৰতেক
নকুলক কৰিলেক ত্ৰাণ।
ক্ৰোধে চিত্ত নোহে থিৰ ভীম ধনঞ্জয় বীৰ
দুইকো শৰ কৰিলা সন্ধান ॥ ২৬৭৮০

অস খ্যাত কাটি শৰে মহাক্ৰোধে অৰ্জ্জুনেয়ো
ভীমক মাতিল বীৰবৰ ॥
আগ পাচ নিৰিচাৰি হেন আচণ্ডিকা কৰি
অভিমন্যু গৈলা যমঘৰ ॥
ইহাক দেখিছো যাবে বিষাদ আমাৰ ভাবে
উদবিগ্ন কৰে মোৰ মন ।
ভীমে বোলে স্নেহ এৰি মাৰা আক শীঘ্ৰ কৰি
অপেক্ষিলে বাঢ়ে শত্ৰুগণ ॥ ২৬৭৮১
এহিবুলি বৃকোদৰ ধনঞ্জয় বীৰবৰ
দুইৰো শৰে ছানিলা আকাশ ।
বিপৰীত শৰ আতি দিনতে ভৈলেক ৰাতি
নসঞ্চৰে ৰবিৰ প্ৰকাশ ॥
বৃষসেনে আগবাঢ়ি দিব্য অস্ত্ৰ কাঢ়ি কাঢ়ি
একলে দুহাক্কো যুদ্ধ দিলা ।
শৰচয় কাটি নাশি দুইজনে থাসি থাসি
সিংহনাদে দিশক পূৰিলা ॥ ২৬৭৮২
ঘোৰ ৰণে বৃষসেনে দেখিলেক দুৰ্য্যোধনে
পাণ্ডৱক ভঙ্গাইলে একলে ।
মহাবেগে দুৰ্য্যোধন সঙ্গে লৈয়া বীৰগণ
বেঢ়ি ৰণ দিলা সমদলে ॥
পাণ্ডৱৰ বীৰচয় একলে মিলিল তয়
ঘোৰ যুদ্ধ কৰিলে সকলে ।
বতাস চলাইলা বেগে যেন প্ৰলয়ৰ মেঘে
দশো দিশে কৃষ্ণবৰ্ণে চলে ॥ ২৬৭৮৩
সিবেলাৰ যুদ্ধচয় স্মৰি গা শিহৰয়
নেদেখিব নুশুনিব কাণে ।
সামান্য সেনাক এৰি পাঞ্চ শত ৰাজা পৰি
অন্য অন্যে কাটা গৈল প্ৰাণে ॥
কলিঙ্গ ৰাজাৰ পুত্ৰে নকুলৰ পুত্ৰে জিনি
কাটিলেক বিকৰ্থনা কৰি ।
দেখি ভয়ে কম্পমান কৌৰৱৰ বীৰগণ
সবে হন্তে পলাইলা লৰৰি ॥ ২৬৭৮৪
একেশ্বৰে কৰ্ণসুত ধনু শৰ ধৰি দ্ৰুত
নকুলৰ পুত্ৰক হানি শৰ ।
আৰো শৰে মাধৱৰ বিদাৰিলা বক্ষঃস্থল
ফুৰণি দেখিলা গদাধৰ ॥
সাত শৰে নকুলৰ লগাইলা চমক বৰ
কুৰি শৰে ভীমক বিদাৰি ।
কুৰি শৰ সৰ্পমুখ বাছি বাছি ভয়ঙ্কৰ
মহাক্ৰোধে অৰ্জ্জুনক মাৰি ॥ ২৬৭৮৫
দেখি ক্ৰোধে সব্যসাচী লৈলা ক্ৰোধে শৰ বাছি
কৰ্ণৰ পুত্ৰৰ বধ মানে ।
মাধৱে ডাকিলা হয় সৰ্পমুখ শৰচয়
মহাক্ৰোধে হানিলা অৰ্জ্জুনে ॥
সহিয়া শৰৰ ঘাৱ কৰ্ণসুত ক্ৰুদ্ধভাৱ
চক্ষু কৰ্ণ মুন্দি যেনমতে ।
মাধৱক দশ শৰে বিদাৰিলা বক্ষঃস্থলে
অৰ্জ্জুনক শৰ একশতে ॥ ২৬৭৮৬
শৰচোটে কাম্পে তনু ধৰিলা গাণ্ডীৱ ধনু
ধনঞ্জয় বাছি লৈলা শৰ ।
সেহি ছেগে বৃষসেনে ত্ৰিশূল সদৃশ শৰে
বাহুত বিন্ধিলা অৰ্জ্জুনৰ ॥
নিদাৰুণ শৰ ফুটি তেজ ধাৰা বহে চুটি
ধনঞ্জয় নপাৰন্ত বল ।
শিঙ্গা শঙ্খ নাদচয় কৌৰৱৰ জয় জয়
চিন্তা কৰে পাণ্ডৱসকল ॥ ২৬৭৮৭
পুনু বৃষসেন বীৰে মাধৱক কুৰি শৰে
ফুৰণি দেখিলা দামোদৰ ।
অৰ্জ্জুনৰ শৰচোটে শোণিত বহয় গোটে
যেন গেৰুধাৰা পৰ্ব্বতৰ ॥
পৰাভৱ পায়া বৰ গাৱ কাম্পে তৰতৰ
ললাটৰ ঘৰ্ম্মজল বহে ।
মাধৱৰ দেখি দুখ সঙ্গে তাম্ৰবৰ্ণ মুখ
খঙ্গে যেন জগতক দহে ॥ ২৬৭৮৮
নিঋতিৰ শৰচয় জুৰিলন্ত ধনঞ্জয়
প্ৰতাপে আদিত্য ভৈলা মন্দ ।
হানিলা অৰ্জ্জুনে ডাটি দুই বাহু উৰু কাটি
আৰো শৰে কাটিলন্ত কন্ধ ॥

যেন গিৰি শৃঙ্গহন্তে বাসৱৰ বজ্ৰপাতে
খসি পৰিলেক তকবৰ।
সেহিমতে কৰ্ণসুতে পৰিলন্ত ৰথহন্তে
দেখি প্ৰাণ নসহে কৰ্ণৰ ॥ ২৬৭৮৯
দীৰ্ঘৰাৱে কান্দে শোকে বাপু এৰি যোৱা মোকে
কেনে তই কৰি একেশ্বৰ।
আদৰৰ পুত্ৰ মৰি আমাক চলিলি এৰি
কি লৈয়া পশিবো আজি ঘৰ ॥

### ৰাজ-প্ৰশস্তি

কামৰূপ মধ্যে সাৰ অদভুত চমৎকাৰ
বিজয়ৰ নগৰী বিশেষ।
তাহাতে উত্তম গড় ঠাই ঠাই আছে দৃঢ়
সৰ্ব্বভাৱে আদৰে নিশেষ ॥ ২৬৭৯০
তাতে ভৈলা নৃপবৰ দুই ইন্দ্ৰ সমসৰ
ৰঘুদেৱ নৃপতি প্ৰধান।
যাৰ গুণ ধৰণীত প্ৰজাৰ আনন্দ চিত
সকল সম্পূৰ্ণ ভূমিখান ॥
যাক নৰনাৰায়ণে প্ৰশংসিলা ঘোৰৰণে
সমদলে যুজি দিলা ভঙ্গ।
আমাৰ গোষ্ঠীত বীৰ ৰঘুদেৱ সম নাই
এহিবুলি কৰিলন্ত ৰঙ্গ ॥ ২৬৭৯১
যিটো ৰণে সেনাচয় মৰণক নগণয়
হস্তী ঘোঁৰা পদাতি অপাৰ।
তাহাঙ্ক ভঙ্গাইলা পূৰ্ব্বে ধন্য শুক্লধ্বজ সুত
ৰঘুদেৱ ভতিজা আমাৰ ॥
এহি কুল ৰণ এৰি নৰনাৰায়ণ গৈলা
ৰঘুদেৱ ৰহিলন্ত ফিৰি।
জ্যেষ্ঠক আদৰি ৰঙ্গে অন্ন পানে পঠাইলন্ত
পাচে আসি পাতিলা নগৰী ॥ ২৬৭৯২

---

### অৰ্জ্জুন আৰু কৰ্ণৰ ৰণ

#### পদ

সঞ্জয় বদতি কথা শুনা মহাশয়।
অৰ্জ্জুনে বধিল যেৱে কৰ্ণৰ তনয় ॥
মহাশোকে অপমানে নসহয় তনু।
বাম হাতে ধৰিলা বিজয় নিজ ধনু ॥ ২৬৭৯৩
শল্যে ডাকিলেক ৰথ বিজুলী সঞ্চাৰ।
শুভযোগে কৰ্ণে অৰ্জ্জুনক দিলা ধাৰ ॥
নাগকন্যা ধ্বজ জ্বলে ৰথৰ উপৰে।
বিদূৰত থাকন্তে দেখিলা দামোদৰে ॥ ২৬৭৯৪
অৰ্জ্জুনক চাই কৃষ্ণে বুলিলা বচন।
সাৱধান হোৱা সখি খেদি আসে কৰ্ণ ॥
শল্যে ৰথ ডাকে দেখা শুক্ল চাৰি হয়।
আকাশক ছানি আতি বাণ বৰিষয় ॥ ২৬৭৯৫
সমীপ চাপিয়া ৰথে তযু সৈন্য মাৰি।
আজি ৰাধেয়ৰ শৰ সহিতে নপাৰি ॥
ফিৰি যুদ্ধ কৰিবেক কৰ্ণৰ শৰ পাই।
আছোক মনুষ্য দেৱতাৰ সাধ্য নাই ॥ ২৬৭৯৬
দেৱতাৰ গুৰু যিটো দেৱ শূলপাণি।
সাৱটিলা তেহে যাক আপোনাৰ জানি ॥
মহেশক যুজে বৰ লভিছা আপুনি।
মনুষ্যত স্বপ্নত দেখিছে তাঙ্ক কোনি ॥ ২৬৭৯৭
অৰ্জ্জুনে বোলন্ত মই জানিছো আপুনি।
পুত্ৰক কাটিয়া তাৰ জ্বলাইছো অগনি ॥
প্ৰাণক উছৰ্গি আইলা যুদ্ধৰ কাৰণে।
সফল ভৰষা তযু দুখানি চৰণে ॥ ২৬৭৯৮
ঘোৰ যুদ্ধ লাগিবাৰ ভৈগৈলা সময়।
এগোটা মাৰিবো আজি যুদ্ধত নিশ্চয় ॥
কাল অতিক্ৰমি বিলম্বত নাই ফল।
শীঘ্ৰে ডাকিয়োক মোৰ ঘোঁৰাক প্ৰবল ॥ ২৬৭৯৯
হেন শুনি মাধৱে ডাকিলা চাৰি ঘোঁৰা।
উথলিলা ৰথখান বায়ু নহে জোৰা ॥
ৰথ ঘৰিষণে বাজে সুবৰ্ণ কিঙ্কিণী।
থিয়লাঞ্জে নাচে চাৰি ঘোঁৰাৰ শ্ৰেণি ॥ ২৬৮০০

বানৰ ধ্বজৰ নাদে ভেদি বহু পথ।
কৰ্ণৰ আগত কৃষ্ণে ৰাখিলন্ত ৰথ॥
কৰ্ণে অৰ্জ্জুনক দেখে অৰ্জ্জুনে কৰ্ণক।
দুয়ো বীৰে ধনু ধৰি টঙ্কাৰিলা দুইক॥ ২৬৮০১
দুয়োৰো শুক্ল চাৰি ঘোঁৰা চন্দ্ৰসম জ্বলে।
দুয়ো মন্ত্ৰ পঢ়িলন্ত আতি সুমঙ্গলে॥
সুবৰ্ণ কঙ্কণ দুহান্তৰ হেমহাৰ।
জিলিমিলি প্ৰদীপৰ জ্যোতি যেন তাৰ॥ ২৬৮০২
ৰাতুল চৰণ দুইৰো নিপোতল কায়।
যেন চন্দ্ৰ সূৰ্য্য আসি ভৈলন্ত এক ঠাই॥
বলি বাসবৰ যেন মিলিলা সমৰ।
ৰাম ৰাৱণৰ যেন যুদ্ধ ঘোৰতৰ॥ ২৬৮০৩
সুৰাসুৰ বিমোহিত দেখিলে বিস্ময়।
একত্ৰে মিলিল যেবে কৰ্ণ-ধনঞ্জয়॥
সিবেলাত যুদ্ধ এৰি কুৰু-পাণ্ডুগণ।
কৰ্ণ-অৰ্জ্জুনক বেঢ়ি চাৱে ঘোৰ ৰণ॥ ২৬৮০৪
কৰ্ণৰ হৰিষ বঢ়াই ৰাজা দুৰ্য্যোধন।
সমদলে জয় জোকাৰিয়া ঘনে ঘন॥
ভীম আসি অৰ্জ্জুনক বেঢ়ি সমদলে।
সিংহনাদ কৰিলন্ত শৰীৰৰ বলে॥ ২৬৮০৫
কৰ্ণ-অৰ্জ্জুনৰ যুদ্ধ চাহিবাক মনে।
আকাশ ঢাকিয়া ৰহিলন্ত দেৱগণে॥
ইন্দ্ৰদেৱ আসিলন্ত কুবেৰ নৈঋতি।
আসিলন্ত অষ্টবসু বায়ু ধনপতি॥ ২৬৮০৬
সিদ্ধ মুনি বিদ্যাধৰ গন্ধৰ্ব্ব চাৰণ।
বিমানে চৰিয়া আইলা অপেস্বৰাগণ॥
স্বামী সমে ৰহিলা যতেক দেৱনাৰী।
আসিলা অসুৰগণ পাতালক ছাৰি॥ ২৬৮০৭
অৰ্জ্জুনৰ পক্ষে ইন্দ্ৰ আদি দেৱগণ।
অৰ্জ্জুনৰ জয় হেতু কৰে ৰঙ্গ মন॥
সূৰ্য্য সম জ্বলয় অসুৰ নিৰন্তৰ।
ৰাক্ষসে পিশাচে জয় সাধে ৰাধেয়ৰ॥ ২৬৮০৮
এহিমতে আসি দুয়োদল নিৰন্তৰ।
নিশ্চলে ৰহিলা যেন দুখান সাগৰ॥
মাধৱে বোলন্ত যুদ্ধ আৰম্ভৰ কালে।
ইষ্টদেৱ শঙ্কৰক চিন্তিয়ো সকলে॥ ২৬৮০৯
অৰ্জ্জুনে বোলন্ত সখি তুমি মোৰ দেৱ।
তোমাৰ চৰণে লক্ষ কোটি কৰোঁ সেৱ॥
এহিবুলি কৃষ্ণক নমিলা ধনঞ্জয়।
পাচে প্ৰণামিলা দ্ৰোণ কৃপ মহাশয়॥ ২৬৮১০
গাণ্ডীৱ ধনুক ধৰি নমি বাৰম্বাৰ।
পিতৃ মাতৃ প্ৰণামিলা পাণ্ডুৰ কুমাৰ॥
পৰশুৰামক গুৰু নমি ৰাধাসুত।
বিজয় ধনুক সিটো ধৰিলেক দ্ৰুত॥ ২৬৮১১
মহাশব্দে ভীত ভৈলা সমস্ত লোকৰ।
একেলগে দুয়ো বীৰে কৰিলা প্ৰহাৰ॥
দুয়োৰো শৰে আকাশ ঢাকিলা নিৰন্তৰ।
ৰবিৰ কিৰণ আৰ নপশে ভিতৰ॥ ২৬৮১২
যেন দুইখান মেঘে জল বৰিষয়।
নিচিনে আপোন পৰ অন্ধকাৰময়॥
অৰ্জ্জুনৰ শৰচয় উফৰিয়া পৰে।
কুৰুসেনা মাজে পৰি জাকে জাকে মৰে॥ ২৬৮১৩
কৰ্ণৰ সায়ক পৰি মৰে পাণ্ডৱৰ।
হাহাকাৰ মিলি গৈলা সমস্তে লোকৰ॥
অৰ্জ্জুনে জিনন্ত কিবা বলাধিক কৰ্ণ।
নজানি দুয়োৰো আজি মৰে কোন জন॥ ২৬৮১৪
সেহিবেলা অৰ্জ্জুনে জুৰিলা এক শৰ।
পঞ্চমুখ নাম তাৰ দেখি লাগে ডৰ॥
ফোকাৰন্তে অগ্নি জ্বলে পাঞ্চমুখ জুৰি।
সন্ধানত হোৱে দশ প্ৰহাৰন্তে কুৰি॥ ২৬৮১৫
কৰ্ণৰ আগত পৰি হাজাৰেক মানে।
ফুটি ফুটি শোণিত পৰয় থানে থানে॥
হাচটি ঘামিয়া দেহা দাৰুণ সন্ধানে।
তিৰিমিৰি দেখিলেক নাই শ্ৰুতি জ্ঞানে॥ ২৬৮১৬
ভূমিকম্প যান্তে যেন পৰ্ব্বত কাম্পয়।
ৰথে পৰি দেখে কৰ্ণ বিশ্ব তমোময়॥
দেৱতাৰ মহানন্দ অসুৰৰ শোক।
কৰ্ণে বোলে অৰ্জ্জুনে পীড়িলা শৰে মোক॥ ২৬৮১৭

ক্ৰোধে তাম্ৰবৰ্ণ মুখ নসহে সন্ধান।
তূণ হন্তে আস্তৰি লৈলেক এক বাণ ॥
যাক কৰ্ণে কুঙ্কুম চন্দনে ভিন্নে ভিন্নে।
অৰ্জ্জুনৰ বধহেতু পূজে এত দিনে ॥ ২৬৮১৮
যাক ডৰে দেৱাসুৰ গন্ধৰ্ব্ব নাগৰ।
কৰ্ণে আনি ধনুত জুৰিলা সেহি শৰ ॥
মেৰুগিৰি কম্পিলা কম্পিলা বসুমতী।
নকৰে প্ৰকাশ চন্দ্ৰ সূৰ্য্যৰ জেউতি ॥ ২৬৮১৯
জন্মকথা কহোঁ শুনা শৰৰ কাহিনী।
অৰ্জ্জুনে খাণ্ডৱ বন দহিলা যৈসানি ॥
ইন্দ্ৰৰ খাণ্ডৱ বন প্ৰচণ্ড সাক্ষাত।
মূৰ্ত্তিমন্ত অগ্নি যায় লাগিল তাহাত ॥ ২৬৮২০
মৰণক ভয়ে জন্তু পলাইলা ত্বৰিত।
শৰে হানি অৰ্জ্জুনে পেলাইলা অগনিত ॥
এহিমতে সব জন্তু হোৱয় বিনাশ।
দেখি সৰ্পিণীৰ ভয়ে ভৈলা গৰ্ভ ত্ৰাস ॥ ২৬৮২১
সৰ্পিণী মাতৃক সুতে বোলে হেন সাস।
আসা মাতৃ তুমি আমি পলাওঁ আকাশ ॥
সৰ্পিণী বদতি বাপু যাইবে কেনমতে।
শৰে হানি অৰ্জ্জুনে কাটিব আকাশতে ॥ ২৬৮২২
আকে জানি বুদ্ধি কহো শুনা কথা মোৰ।
মুখগোটা মোৰ গৰ্ভে পশিয়ো তোমাৰ ॥
আকাশে চলন্তে যদি শৰে মোক কাটে।
গৰ্ভৰ ওলাই তই পলাইবিহি জাপ্টে ॥ ২৬৮২৩
হেন শুনি সৰ্প যায় গৰ্ভত পশিলা।
আকাশে চলন্তে তাক অৰ্জ্জুনে দেখিলা ॥
মহাক্ৰোধে শৰ ধৰি কৰিলা সন্ধান।
আকাশতে কাটিয়া কৰিলা দুইখান ॥ ২৬৮২৪
লাঞ্জ কাটা গৈলা খণ্ডপুচ্ছ নাম ভৈলা।
অৰ্জ্জুনৰ বধ মনে তপস্যাক গৈলা ॥
তপস্যা কৰিয়া লভিলা ইষ্ট বৰ।
খণ্ডপুচ্ছ নামে শৰ দেখি লাগে ডৰ ॥ ২৬৮২৫
অৰ্জ্জুনক বৈৰ ভাৱে মানিলা পূৰ্ব্বত।
আশা কৰি আছে সিটো কৰ্ণৰ তূণত ॥
সেহি শৰ কৰ্ণে যে ধনুত আছে জুৰি
দেখিয়া যুধিষ্ঠিৰৰ ধাতু গৈলা উৰি ॥ ২৬৮২৬
বিশল্যকৰণী কৰি নিকজ শৰীৰ।
সমৰ চাহিবে আসি আছে যুধিষ্ঠিৰ ॥
তেহো আৰ্ত্তি শোকে আবাধিয়া মাধৱক।
তোমাৰ ভৃত্যৰ প্ৰভু তুমিসে ৰক্ষক ॥ ২৬৮২৭
কৰ্ণৰ বিবৰ্ণ মুখ ঘোৰ শৰ দেখি।
মাধৱে বোলন্ত সাবধান হোৱা সখি ॥
শৰ প্ৰহাৰন্তে তুমি চপৰাইবা মাথ।
অৰ্জ্জুনে বোলন্ত নুবুলিবা জগন্নাথ ॥ ২৬৮২৮
মাথা চপৰাইবো মই কৰ্ণৰ ডৰত।
আত কৰি কোন দুখ আছে মৰণত ॥
কৰ্ণে বোলে অৰ্জ্জুন শুনিবি প্ৰাণবৈৰী।
ভ্ৰাতৃ বন্ধু মাধৱক চাউ প্ৰাণভৰি ॥ ২৬৮২৯
প্ৰাণসখি মাধৱক কৰিয়া সম্ভাষ।
আৰো জীৱনত তই নকৰিবি আশ ॥
তোহোৰ বধৰ মনে অঙ্গীকাৰ কৰি।
বাত্ৰয় বছৰ মনে নপথলে ভৰি ॥ ২৬৮৩০
তোক মাৰি পাণ্ডৱৰ খণ্ডাওঁ ৰাজ্য আশ।
চাৰিয়ো ভায়েৰাক কৰোঁ কৌৰৱৰ দাস ॥
এহি বুলি লক্ষ্য কৰি জুৰিলেক শৰ।
হেন দেখি মনে গুণি শল্য নৰেশ্বৰ ॥ ২৬৮৩১
মই আক বুলিলে কৰিব আন কৰ্ণ।
হেনবা উপায়ে ৰক্ষা পৰন্ত অৰ্জ্জুন ॥
এহি গুণি ৰাধেয়ক মাতে শল্যৰায়।
শুনা কৰ্ণ শৰপাট মাৰা চপৰায় ॥ ২৬৮৩২
উৰ্দ্ধগতি ভৈলে শৰে নপাইবেক গল।
মোৰ বোলে চপৰাই মাৰা মহাবল ॥
কৰ্ণ বোলে নৃপতি পাগল দেখো তোক।
এভো বৃদ্ধ ভৈলো শৰ-শিক্ষা দিয়া মোক ॥২৬৮৩৩
তোৰ বোল নকৰিবো যাৱে থাকে প্ৰাণ।
এহি বুলি উৰ্দ্ধক ভাঙ্গিলা কিছুমান ॥
দেখি জয় জয় ভৈলা অসুৰ সবাৰ।
অৰ্জ্জুনক লাগি বীৰে প্ৰহাৰিলা শৰ ॥ ২৬৮৩৪

সকল জগতখান দোল দোপ ভৈলা।
আকাশৰ তাৰাগণ খসি খসি গৈলা॥
দশোদিশে শুনি সবে হাহাকাৰ বাণী।
অৰ্জ্জুনে দেখন্ত আসে দশোদিশ ছানি॥ ২৬৮৩৫
সকল জগত আছে কৃষ্ণৰ উদৰে।
জগতৰ ভৰ দিলা ৰথৰ উপৰে॥
জানু পাৰি চাৰি ঘোঁৰা ভূমিত পৰিল।
সি কাৰণে ৰথখান কিছু চাপৰিল॥ ২৬৮৩৬
কৰ্ণৰ সায়কে তাতে নপাইলেক গল।
মাধৱৰ ভক্তৰ নাহিকে অমঙ্গল॥
তথাপিতো বৃথা নাই অমোঘ যে শৰ।
শিৰ নপাই কিৰীটি কাটিলা অৰ্জ্জুনৰ॥ ২৬৮৩৭
জটাৎ শবদে গৈলা কিৰীটি উফৰি।
সূৰ্য্যসম শোভা কৰে ধৰণীত পৰি॥
সাৰটি ধৰিলা কৃষ্ণে হাকুল ব্যাকুলে।
মহাশোকে কান্দন্তে অৰ্জ্জুন মহাবলে॥২৬৮৩৮
দিব্যৰত্নে বিৰচিত মাণিক পোৱালে।
বৈদুৰ্য্য মুকুতা মণি সূৰ্য্যসম জ্বলে॥
বিধাতা স্ৰজিছে যাক অনেক যতনে।
সিহেন কিৰীটি মোৰ কাটিলন্ত কৰ্ণে॥ ২৬৮৩৯
দেখিতে নপাৱে যাক দেৱতা সকলে।
তাকো কাটি কৰ্ণে পেলাইলেক মহীতলে॥
হেন শুনি অৰ্জ্জুনক মাতিলন্ত হৰি।
কিৰীটিসে ছাৰ দেখা মৰণত কৰি॥ ২৬৮৪০
খণ্ডপুচ্ছ নামে শৰ তযু বৈৰী ভৈল।
খাণ্ডৱ দাহনে তাৰ মাতৃ কাটা গৈল॥
কৰ্ণৰ তূণত ছিদ্ৰ চাই ফুৰে সাজি।
সেহি শৰে ভাগ্যেসে ৰহিলা সখি আজি॥২৬৮৪১
কিৰীটি নাহিকে দেখি লাজ পাই যাতে।
এহিবুলি পীতবস্ত্ৰ বান্ধিলন্ত মাথে॥
আন দিনাতো কৰি অৰ্জ্জুনক শোভে আতি।
ফিৰি গৈলা খণ্ডপুচ্ছ ৰাধেয়ক মাতি॥ ২৬৮৪২
শুনা ৰাধাসুত মই কহো তযু আগে।
শল্যৰ বচন নলজ্ঘিবা খঙ্গে ৰাগে॥
পুনু ফিৰি মাৰা অৰ্জ্জুনক কাটোঁ মই।
হেন শুনি কৰ্ণে বোলে কহ কোন তই॥ ২৬৮৪৩
খণ্ডপুচ্ছ বোলে মই সৰ্পিণী কুমাৰ।
পূৰ্ব্বত অৰ্জ্জুনে মাতৃ কাটিছে আমাৰ॥
সেহি বৈৰ স্মৰি মই তপস্যাৰ ফলে।
অৰ্জ্জুনক কাটিবাক পাৰো অৱহেলে॥ ২৬৮৪৪
কৰ্ণে বোলে দুৰ পাপী অধম দুৰ্জ্জন।
যাৱে নতু কাটো তোক পলাহ এখন॥
তোতেসে আশায় কাটো অৰ্জ্জুনৰ শিৰ।
কৰ্ণক দেখিলি তই শৰৰ কাতৰ॥ ২৬৮৪৫
কৰ্ণত নিৰাশ হৈয়া মনে মনে গুণে।
অৰ্জ্জুনক কাটিবাক গৈলেক আপুনে॥
কতোদুৰ চলন্তে দেখিলা জগন্নাথে।
কুৰি শৰে অৰ্জ্জুনে কাটিলা আথেবেথে॥ ২৬৮৪৬
কুৰি শৰে কুৰি খণ্ড সৰ্পিণী তনয়।
দেখি সব পাণ্ডৱে কৰন্ত জয় জয়॥
ভাৰত কাহিনী কহো শুনা মন কৰি।
পাতক ছাৰোক ডাকি বোলা হৰি হৰি॥ ২৬৮৪৭

———

কৰ্ণ বীৰৰ পতন

পুনঃ পদ

খণ্ডপুচ্ছ মাৰ যেৱে যমঘৰে গৈলা।
দেখি ৰাধেয়ৰ মহাক্ৰোধ জ্বলি গৈলা॥
একপাট শৰ আনি গুণত জুৰিলা।
কৰ্ণমানে ধনু টানি হানিয়া পঠাইলা॥ ২৬৮৪৮
অৰ্জ্জুনে দেখন্ত শৰ আসে বায়ু বেগে।
দশ শৰ হানি কাটিলন্ত সেহি ছেগে॥
আৰ শত শৰ কৰ্ণ হানিলা সন্ধানে।
অৰ্জ্জুনে কাটিলা তাক ক্ষুৰপতি বাণে॥ ২৬৮৪৯
বৰুণৰ শৰ কৰ্ণে হানিয়া পঠাইলা।
গিৰ গিৰ কৰি মেঘে বৰষুণ দিলা॥
দেখি ধনঞ্জয়ে মাৰিলা বায়ু ৰাণ।
আকাশতে কাটিয়া জ্বলিল খান খান॥ ২৬৮৫০

দেখি মহাক্রোধ কৰি কৰ্ণ বীৰবৰ।
ভল্লশৰে হৃদয়ে ভেদিলা অৰ্জ্জুনৰ ॥
মহাছোট পাইয়া পাচে পাণ্ডুৰ তনয়।
গুণত জুৰিলা আনি দিব্য শৰচয় ॥ ২৬৮৫১
মন্ত্ৰ অভিষেক কৰি হানিলা সন্ধানে।
কৰ্ণৰ শৰীৰে ফুটিলেক থানে থানে ॥
মহাচোটা পাইয়া পাচে কৰ্ণ মহাবলী।
মূৰ্চ্ছা গৈয়া ৰথমাজে পৰিল নিঢলি ॥ ২৬৮৫২
শল্য সাৰথিয়ো পাচে আস্কোৱালি তুলি।
কিছো সুস্থ কৰিলা মধুৰ বাক্য বুলি ॥
সম্ভ্ৰম হইয়া কৰ্ণে ধনুক ধৰিলা।
দুইপাট অৰ্দ্ধচন্দ্ৰ গুণত জুৰিলা ॥ ২৬৮৫৩
গাৰৰ সন্ধানে হানিলেক মহাবলে।
অৰ্জ্জুনৰ শৰীৰে পৰিলা সেহি তালে ॥
শৰবিষে অৰ্জ্জুনৰ শ্ৰুতি জ্ঞান নাই।
ঢলিয়া পৰিলা যেন মৃতক পৰায় ॥ ২৬৮৫৪
মাধৱে দেখন্ত মোৰ সখি মৰে বুলি।
আথে বেথে দুয়ো হাতে ধৰি আস্কোৱালি ॥
অমৃতৰ হাতে গাৱ মাজিলন্ত হৰি।
ধনঞ্জয় সুস্থ ভৈলা এদিনাত কৰি ॥ ২৬৮৫৫
মাধৱৰ পাৱে ধৰি বোলন্ত অৰ্জ্জুনে।
ৰক্ষা পৰিলোহো প্ৰভু তোমাৰেসে গুণে ॥
তযু সম ভকতবৎসল কৈত আছে।
এহিবুলি গাণ্ডীৱক ধৰিলেক পাচে ॥ ২৬৮৫৬
অগস্ত্য দিবাৰ শৰপাট গুণি পাইলা।
তূণহস্তে আনি পাচে গুণত চৰাইলা ॥
মন্ত্ৰ অভিষেক কৰি হানিলন্ত ভাটি।
দেখে সেনাগণ ডৰে পলাইল ফাটি ॥ ২৬৮৫৭
বিশ্বাস শৰদে শৰপাট আসি পাইলা।
কৰ্ণৰ হৃদিত পৰি পিঠি বাজ ভৈলা ॥
ঢলি পৰিলেক কৰ্ণ মহাপীড়া পায়।
সেনাক লাগিয়া শৰপাট গৈলা ধায় ॥ ২৬৮৫৮
একলক্ষ প্ৰজা সংহৰিয়া অৱহেলে।
পুনৰপি শৰপাট পশিলা পাতালে ॥
সাত সাগৰত স্নান কৰি তেতিক্ষণ
পুনৰপি পশিলেক অৰ্জ্জুনৰ তূণ ॥ ২৬৮৫৯
কতোবেলি ৰাধাসুতে পাইলা চেতন।
অৰ্জ্জুনক বুলিলন্ত প্ৰশংসা বচন ॥
সাধু সাধু ধনঞ্জয় মহাবলী আৰ।
এহিবুলি ষাঠি শৰ কৰিলা প্ৰহাৰ ॥ ২৬৮৬০
ধনঞ্জয় প্ৰহাৰিলা কুৰিপাট বাণ।
আকাশতে কাটিয়া কৰিলা খান খান ॥
কৰ্ণ অৰ্জ্জুনৰ যুদ্ধ দেখি ভয়ঙ্কৰ।
মনে মনে মনত গুণন্ত দামোদৰ ॥ ২৬৮৬১
মই কৰিলোহো কিনো কাৰ্য্য বিপৰ্য্যয়।
দুই সহোদৰ একে কুন্তীৰ তনয় ॥
মোহোৰেসে মায়ায় কৰয় ঘোৰ দন্দ।
আজি কৰ্ণ ছিঙ্গিয়া যাইবে ভৱ বন্ধ ॥ ২৬৮৬২
পুনৰপি দুয়ো বীৰে দৃঢ় মুঠি ধৰি।
সূৰ্য্যসম সায়ক লৈলেক দুয়ো তুলি ॥
গুণত চৰাই শৰ মহাক্ৰোধ কৰি।
আকৰ্ণ পূৰিয়া প্ৰহাৰিলা মন্ত্ৰ পঢ়ি ॥ ২৬৮৬৩
সূৰ্য্যৰ সমান হুয়া আকাশে প্ৰকাশে।
দুয়োৰো শৰে উভয় সেনাক বিনাশে ॥
হেনমতে দুয়ো বীৰে কৰন্ত সমৰ।
নাহি মুপজিব হেন যুদ্ধ ভয়ঙ্কৰ ॥ ২৬৮৬৪
পাচে কৰ্ণ একষষ্টি শৰ প্ৰহাৰিলা।
ধনঞ্জয় একে শৰে বাটতে কাটিলা ॥
পুনৰপি কৰ্ণে প্ৰহাৰিলা শৰচয়।
পথতে কাটিলা তাক পাণ্ডুৰ তনয় ॥ ২৬৮৬৫
এহিমতে কৰ্ণে প্ৰহাৰিলা শৰ যত।
শৰ হানি ধনঞ্জয় কাটন্ত সমস্ত ॥
কতো শৰ জোৰে কতো নাপায় জুৰিতে।
শৰ হানি ধনঞ্জয় কাটয় ত্বৰিতে ॥ ২৬৮৬৬
কোন বেলা কোন শৰ হানিতে লাগয়।
সিসবক কৰ্ণে পাসৰিলা সমুদায় ॥
পৰশুৰামে শাপি তাক আছয় পূৰ্ব্বত।
সময়ৰ শৰ তান নপৰে মনত ॥ ২৬৮৬৭

ধৃতৰাষ্ট্ৰ ৰাজ্ৰাৰ সংশয় মনে ভৈলা।
সঞ্জয়ক মাতি পাচে পুছিবাক লৈলা ॥
ছেদিয়ো সংশয় মোৰ সঞ্জয় মহন্ত।
কি কাৰ্য্যে কৰ্ণক পৰশুৰামে শাপিলন্ত ॥ ২৬৮৬৮
সঞ্জয় বদতি শুনিয়োক মহাৰাজ।
পূৰ্ব্বত কৰ্ণেয়ো বৰ কৰিছে অকাৰ্য্য ॥
অস্ত্ৰ শিখিবাক লাগি কৰ্ণ বীৰবৰে।
বিচাৰিয়া গুৰু নপাইলন্ত ৰবিতলে ॥ ২৬৮৬৯
আপুনাৰ তুল্য গুৰু নেদেখিয়া কৰ্ণে।
নমিলন্ত গৈয়া পৰশুৰামৰ চৰণে ॥
পৰশুৰামে বোলে তই কাহাৰ কুমাৰ।
কিবা কাৰ্য্যে আসি আছা থানক আমাৰ ॥ ২৬৮৭০
কৰ্ণে বোলে গুৰু মই ৰাধাৰ তনয়।
গুৰু হুয়ো মোহোক শিখোৱা শৰচয় ॥
পৰশুৰামে বোলে কৰিয়াছো অঙ্গীকাৰ।
ক্ষত্ৰিয় সম্বন্ধে শৰ নিশিখাইবো আৰ ॥ ২৬৮৭১
দুখীৰ ছাৱাল যেন দেখুৱাইছা তই।
যুদ্ধ বিদ্যা শৰচয় শিখাইবোহো মই ॥
এহি বুলি পৰশুৰামে শৰ শিখাইলন্ত।
অকপট ভাৱে শৰ মন্ত্ৰক দিলন্ত ॥ ২৬৮৭২
এক দিনা কৰ্ণৰ ঊৰুত থৈয়া শিৰ।
নিদ্ৰা গৈয়া আছে পৰশুৰাম মহাবীৰ ॥
দৈৱ যোগে এক শালবৃক্ষ গজিলেক।
ঊৰু শিৰ ভেদি সিটো বৃক্ষ উঠিলেক ॥ ২৬৮৭৩
শিপাল পৰম দুৰ্জ্জয় বৃক্ষশাল।
গজিল মাত্ৰকে উধাই যায় সাত তাল ॥
কৰ্ণ জগাইলন্ত গুৰু জাগ জাগ বুলি।
পৰশুৰামে চাহিলন্ত নয়ন উন্মিলি ॥ ২৬৮৭৪
উঠিলন্ত মহাবীৰ ঘুমটিৰ জাগি।
তেতিক্ষণে সিটো শালবৃক্ষ গৈলা ভাগি ॥
ঊৰু শিৰ ভেদি শালবৃক্ষ গজিলেক।
পৰশুৰামে মনত বিস্ময় মানিলেক ॥ ২৬৮৭৫
মই পৰশুৰাম বীৰ জামদগ্নিসুত।
ব্যথা নাপাওঁ শাল গজে তুহি অদভুত ॥
ইটো শিশুমতি কেনমতে সহিলেক।
ৰাধাৰ তনয় তুহি জানিলোঁ প্ৰত্যেক ॥ ২৬৮৭৬
নজানোহো কোন ইটো ক্ষত্ৰিয় তনয়।
কপট কৰিয়া শিখিলেক শৰচয় ॥
এহি বুলি পৰশুৰামে কোপে জ্বলিলন্ত।
কৰ্ণক চাহিয়া পাচে গৰ্জি বুলিলন্ত ॥ ২৬৮৭৭
হাওৰে পাপিষ্ঠ তই অধম দুৰ্জন।
মোৰ অঙ্গীকাৰ আসি কৰিলিহি ছন্ম ॥
কৰ্ণ বোলে প্ৰভো মই ৰাধাৰ তনয়।
কৰ্ণ হেন নাম মোৰ জগতে জানয় ॥ ২৬৮৭৮
পৰশুৰামে বোলে পাপী কিনো দিল তোৰ।
যাতো তই শিষ্য বেটা আসি ভৈলি মোৰ ॥
শিষ্য পুত্ৰ হৈলে কাটিবাৰ যোগ্য নয়।
সি কাৰণে আজি তোক নকাটিলো মই ॥ ২৬৮৭৯
তথাপিতো শাপ দিওঁ তোক অভিমত।
সময়ৰ শৰ তোৰ নপৰোক মনত ॥
সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
সেহি শাপে শৰ পাসৰিলা সময়ৰ ॥ ২৬৮৮০
যাতো পাণ্ডৱৰ হৰি আপুনি সহায়।
তুহিবা কৰ্ণৰ কোনে উৰুৱাইবে চাই ॥
কৰ্ণৰ আসিয়া মৃত্যু উপস্থিত ভৈলা।
ধনঞ্জয় বাছি বজ্ৰকুট শৰ লৈলা ॥ ২৬৮৮১
জাজ্বল্য সমান চণ্ডবায়ু বহ্নি সম।
আসিলা হৰিষে সংহাৰিতে যেন যম ॥
জন্ম কথা কহো শুনা শৰযে পাটৰ।
যি কালত বৃত্ৰক বধিলা পুৰন্দৰ ॥ ২৬৮৮২
দধীচি ঋষিৰ অস্থি বজ্ৰক গঢ়িল।
অৱশেষ অস্থি কিছু তাহাৰ ৰহিল ॥
বিশ্বকৰ্ম্মে তাহাৰ নিৰ্ম্মিল এক শৰ।
বজ্ৰকুট নাম যাৰ দেখি লাগে ডৰ ॥ ২৬৮৮৩
যিকালত স্বৰ্গক গৈলন্ত ধনঞ্জয়।
আপুনি বাসৱে শিখাইলন্ত শৰচয় ॥
মন্ত্ৰ সমে অৰ্জ্জুনক সেহি শৰ দিলা।
পাচে পুৰন্দৰে তাৰ গুণক কহিলা ॥ ২৬৮৮৪

তোমাক বধিবে যিটো কৰে অঙ্গীকাৰ।
তাহাকেসে ইটো শৰ কৰিবা প্ৰহাৰ॥
অল্পজন ভৈলে তাক নমাৰিবা শৰ।
আপোন পৰক মাৰি নেই যমঘৰ॥২৬৮৮৫
এহি বুলি শৰ ইন্দ্ৰে পুত্ৰক দিলন্ত।
সেহি শৰ অৰ্জ্জুনে গুণত জুৰিলন্ত॥
বাসৱক প্ৰণামি শৰক নমিলন্ত।
গাণ্ডীৱ ধনুক তুলি গুণ জুৰিলন্ত॥২৬৮৮৬
মাধৱৰ পদধূলি শিৰত লৈলন্ত।
শৰত জপিয়া পুনু মন্ত্ৰ কহিলন্ত॥
কৰ্ণৰ ঘোঁৰাৰ টাৰ ধৰে বসুন্ধৰী।
প্ৰতিপদে ঘোটকৰ পোত যায় ভৰি॥২৬৮৮৭
চলিবাক নপাৰন্ত কৰ্ণ বীৰবৰ।
ইন্দ্ৰৰ আনন্দ দেখি বিষাদ সূৰ্য্যৰ॥
মাধৱে বোলন্ত সখি কিবা চোৱা আৰ।
এহি শুভক্ষণে শৰ কৰিয়ো প্ৰহাৰ॥২৬৮৮৮
কৃষ্ণৰ আদেশে কৰ্ণমানে ধনু টানি।
কৰ্ণয় শিৰক লক্ষ্য কৰি মহামানী॥
টঙ্কাৰ কৰিয়া শৰ প্ৰহাৰিলা ডাটি।
কৰ্ণৰ শিৰক তেতিক্ষণে নিলা কাটি॥২৬৮৮৯
কুণ্ডলে মণ্ডিত শিৰ জ্বলে আতিশয়।
বজ্ৰকুট শৰে কাটিলন্ত ধনঞ্জয়॥
জটাৎ শবদে পৰিলন্ত শিৰগোট।
তেতিক্ষণে পাতালে পশিলা শৰপাট॥২৬৮৯০
সাতো সাগৰত স্নান কৰি তেতিক্ষণে।
পুনৰপি পশি লৈলা অৰ্জ্জুনৰ তূণে॥
যেতিক্ষণে কৰ্ণ বীৰ ৰণত পৰিল।
একাঙ্গুলে ভূমিখান উপৰে উঠিল॥২৬৮৯১
যুধিষ্ঠিৰ সমে পাণ্ডৱৰ চাৰি ভাই।
মহাৰঙ্গে অৰ্জ্জুনক বেঢ়িলেক যায়॥
হৰিষতে স্বৰ্গ যেন পাইলা হাত মেলি।
অৰ্জ্জুনৰ সহিতে কৰিলা গলাগলি॥২৬৮৯২
যুধিষ্ঠিৰে বোলে ধনঞ্জয় মহাবলী।
আজি মোৰ হৃদয়ৰ শল্য উভালিলি॥
শুনা সৰ্ব্বজন মহাভাৰতৰ কথা।
ইহেন মনুষ্য জন্ম নকৰিবো বৃথা॥২৬৮৯৩
অসাৰ সংসাৰ চিন্তা এৰি সৰ্ব্বজন।
অণুক্ষণে হৰিপদ কৰিয়ো স্মৰণ॥
কহে ৰাম সৰস্বতী কৃষ্ণৰ চৰণে।
বোলা ৰাম ৰাম হৰি সভাসদগণে॥২৬৮৯৪

---

দুৰ্য্যোধনৰ খেদ

লেছাৰী

সঞ্জয় বদতি শুনা কুৰুপতি
পাচে যেন ভৈলা কাজ।
যেতিক্ষণে কৰ্ণ ৰণত পৰিল
দেখি দুৰ্য্যোধন ৰাজ॥
মহাশোক শেলে হৃদয় বিদাৰে
যেন গাৱে দিলা জুই।
কতো বেলি ৰাজা নমাতি থকিলা
অধোমুখে মৌন হুই॥২৬৮৯৫
কৰ্ণ পৰে ৰণ তাৰ মাথে যেন
স্বৰ্গ পৰিলেক ভাগি।
মহাশোকে ৰাজা কান্দিবে লাগিলা
ৰাধাৰ পুত্ৰক লাগি॥
তোহোৰ বহুত আশ্ৰয় কৰিয়া
জীয়ো মই সমুদায়।
বিধাতাই মোক কপট কৰিলা
কৰ্ণৰ হেন বিলায়॥২৬৮৯৬
আৰে কাত মই আশ্ৰয় কৰিবো
নাপাওঁ বিচাৰ কৰি।
পাপিষ্ঠ দুৰ্জ্জন মোক নমাৰিয়া
কৰ্ণক কেন মাৰিলি॥
এহিমতে ৰাজা বিধিক তৰ্জিয়া
কৰ্ণৰ শোকে অপাৰ।
নৃপতিৰ শোক দেখি ৰাজা প্ৰজা
সবে কৰে হাহাকাৰ॥২৬৮৯৭

---

### কৰ্ণবধৰ পাচত পাণ্ডৱ আৰু শ্ৰীকৃষ্ণৰ কথোপকথন

#### পদ

সঞ্জয় বদতি কথা শুনা মহাশয়।
তাত পাচে যি কৰিলা কৃষ্ণ ধনঞ্জয় ॥
কৰ্ণক বধিয়া মনে আনন্দ মিলিল।
গধূলি সময়ে সবে গৃহক আসিল ॥২৬৮৯৮
যুধিষ্ঠিৰ নৃপতিক সবে মধ্য কৰি।
লৰিলেক বীৰগণ চৌপাশে আবৰি ॥
কৃষ্ণ ধনঞ্জয় দুয়ো আতি ৰঙ্গমনে।
নৃপতিক মধ্য কৰি চলিলা তেক্ষণে ॥২৬৮৯৯
ভীমসেন মাদ্ৰীৰ তনয় ভিন্নে ভিন্নে।
যুধিষ্ঠিৰ ৰাজাক আবৰি ৰঙ্গ মনে ॥
আনো সব বীৰগণ অস্ত্ৰ শস্ত্ৰ ধৰি।
আগে পাচে চলে সবে পতাকাক ধৰি ॥২৬৯০০
চিহ্ন ধ্বজ দণ্ড ছত্ৰ তুলি নচুৱাৱে।
শঙ্খ ভেৰী কতো জনে কৰতাল বাৱে ॥
ঢাক ঢোল ডামামা বজাৱে বীৰমাজে।
সেনাৰ আন্দোল সুশুনি শবদ বাজে ॥২৬৯০১
এহিমতে আনন্দে চলন্ত যুধিষ্ঠিৰ।
কতোবেলি পাইলা গৈয়া আপোন মন্দিৰ ॥
ৰথৰ নামিয়া অভ্যন্তৰে পশিলন্ত।
স্বকি স্বকি স্থানে বীৰগণ ৰহিলন্ত ॥২৬৯০২
কৃষ্ণ ধনঞ্জয় দুয়ো নামিলা ৰথৰ।
হাতে ধৰাধৰি কৰি গৈলা অভ্যন্তৰ ॥
চৰণ পখালি কিছু ভোজন কৰিলা।
ৰাজাগণ আসি সবে দুৱাৰে ৰহিলা ॥২৬৯০৩
কৃষ্ণ ধনঞ্জয় দুয়ো আনন্দিত মনে।
ৰাজাৰ পাশক লাগি গৈলা ৰঙ্গমনে ॥
ৰত্ন সিংহাসনে যুধিষ্ঠিৰ নৃপবৰ।
অমৰাৱতী পাতে যেন দেৱ পুৰন্দৰ ॥২৬৯০৪
এক পাশে আসি কৃষ্ণা দেৱী বসিলন্ত।
কৃষ্ণ ধনঞ্জয় সেহি সভাক গৈলন্ত ॥
নৃপতিৰ সমীপক ধীৰে ধীৰে গৈলা।
পাচে কৃষ্ণে শিৰৰ পাগুৰি নমাই থৈলা ॥২৬৯০৫
মাটিত পাগুৰি থৈয়া গৌৰৱৰ ভাৱে।
দুয়ো সখি ৰাজাৰ নমিলা দুয়ো পাৱে ॥
চৰণৰ ধূলি তুলি শিৰত লৈলন্ত।
গলত সাৱটি যুধিষ্ঠিৰে ধৰিলন্ত ॥২৬৯০৬
প্ৰেমভাৱে নেত্ৰৰ লোতক পৰে ঝৰি।
আশ্বাস কৰিলা মাধৱৰ কৰে ধৰি ॥
তোমাৰ স্ৰজন প্ৰভু সমস্তে জগত।
ভকত বৎসল হেন দেখায়া লোকত ॥২৬৯০৭
তযু ইটো গুণক শুজিবো কেন কৰি।
চৰণৰ দাস কৰি লৈয়ো মোক হৰি ॥
কৃষ্ণ ধনঞ্জয় একে আসনে বসিলা।
পৰম কৌতুকে পাচে নৃপতি মাতিলা ॥২৬৯০৮
বাপু ধনঞ্জয় তুমি কৰ্ণক বধিলা।
আজি মোৰ হৃদয়ৰ শল্য উদ্ধাৰিলা ॥
ধনঞ্জয় বোলে দাদা বধিলো কৰ্ণক।
আৰ মই ইঙ্গিত নকৰো কৌৰৱক ॥২৬৯০৯
মাধৱে বোলন্ত সখি সমস্তে কহিলা।
সাক্ষাত দেখিলো তুমি মিছাক মাতিলা ॥
তোমাৰ মুখত কিয় আসে মিছা বাণী।
হৰি হৰি বাপ মোক ৰক্ষা এত খানি ॥২৬৯১০
মহন্তেয়ো মিছা মাতে কিনো বিপৰীত।
একলে কৰ্ণক সখি নপাৰে যুদ্ধত ॥
ছয় জনে কৰ্ণক বধিলা সমৰত।
শুনিয়োক কহো ছয় জন কেনমত ॥২৬৯১১
পশুৰাম ইন্দ্ৰ আৰু কুন্তী বসুমতী।
তুমি আমি ছয় জনে বধিছো সম্প্ৰতি ॥
ই কথাত সখি যদি নোযোৱা প্ৰত্যয়।
দেখাওঁ কাৰণ শুনিয়োক ধনঞ্জয় ॥২৬৯১২
পূৰ্ব্বত কৰ্ণক পশুৰাম শাপিলন্ত।
অভেদ কৱচ তান বাসৱে নিলন্ত ॥
মোহোৰ তনয় বুলি কুন্তী নকহিলা।
বসুমতী ঘোটকৰ টাবত ধৰিলা ॥২৬৯১৩

ময়ো তাৰ আয়ুস হৰিলো নিৰন্তৰ।
মোহোৰ ইঙ্গিতে তুমি প্ৰহাৰিলা শৰ ॥
একলে তাহাক তুমি নাপাৱা বধিতে।
এহি ছয় বলে কৰ্ণ হত কোনোমতে ॥২৬৯১৪
এহিমানে ভৈলা কৰ্ণপৰ্ব্ব সমাপতি।
কৃষ্ণৰ চৰণে ভণে ৰাম সৰস্বতী ॥

শুনা সভাসদ সব কৰি থিৰ মন।
দুৰ্জ্জন জনক কৃষ্ণে কৰে অযতন ॥২৬৯১৫
ভকত জনক মাত্ৰ কৰন্ত ৰক্ষণ।
হেন জানি কৃষ্ণ পাৱে পশিয়ো শৰণ ॥
মনুষ্যৰ ধৰ্ম্ম হৰিসেৱা নিজকাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥২৬৯১৬

কৰ্ণপৰ্ব্ব সমাপ্ত

অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

## শল্য-পৰ্ব্ব

———:০:———

মঙ্গলাচৰণ

পদ

জয় নমো নাৰায়ণ দৈৱকীনন্দন ।
সদানন্দ মুকুন্দ মাধৱ জনাৰ্দ্দন ॥
জয়তি যাদৱ যদুবংশ শিৰোমণি ।
যাৰ যশে ভৰি আছে সমস্ত ধৰণী ॥ ২৬৯১৭
দীন দামোদৰে কহে শল্য-পৰ্ব্বপদ ।
জানি নিন্দা নকৰিবা সবে সভাসদ ॥
ই কথা থাকোক আৰে শুনিয়ো প্ৰস্তুত ।
সমৰত কৰ্ণক বধিলা কুন্তীসুত ॥ ২৬৯১৮

কৰ্ণৰ মৃত্যুত ধৃতৰাষ্ট্ৰৰ খেদ আৰু সঞ্জয়ক প্ৰশ্ন

অৰ্জ্জুনৰ শুনি সিটো ৰণত বিজয় ।
পৰম আনন্দ ভৈল জন্মেজয়ৰ হৃদয় ॥
বৈশম্পায়ন মুনিত পুছন্ত পুনৰ্ব্বাৰ ।
শুনিলোঁ সুন্দৰ কথা তোমাৰ মুখৰ ॥ ২৬৯১৯
সমৰত সব্যসাচী কৰ্ণক বধিল ।
কৈয়ো সবে কুৰুগণে কি কাৰ্য্য কৰিল ॥
শুনি মুনি বোলন্ত শুনিয়ো জন্মেজয় ।
অতিৰথী কৰ্ণ যেন্বে গৈল যমালয় ॥ ২৬৯২০
ধৃতৰাষ্ট্ৰ ৰাজা শুনি সঞ্জয়ৰ মুখে ।
কতোক্ষণমান মনে গুণি মহাদুখে ॥
অনন্তৰে নৃপতি পুছন্ত সঞ্জয়ত ।
কৰ্ণৰ মৰণ দেখি ঘোৰ সমৰত ॥ ২৬৯২১
পাচে দুৰ্য্যোধনে কৰিলেক কোন কৰ্ম্ম ।
কেমনে সহিল ৰাধেয়ৰ মহামৰ্ম্ম ॥
পূৰ্ব্বে যাত গহে দ্ৰৌপদীৰ কেশে ধৰি ।
বস্ত্ৰ কাঢ়ি লৈল পাণ্ডৱক অনাদৰি ॥ ২৬৯২২
এৰে সিটো কৰ্ণ ভৈল সমৰে নিধন ।
তেৰে কোন উপায় কৰিল দুৰ্য্যোধন ॥
ভীষ্মক বধিল ৰণমধ্যত অৰ্জ্জুন ।
সমস্তে দেখিল পৰিলেক গুৰুদ্ৰোণ ॥ ২৬৯২৩
প্ৰচণ্ড প্ৰতাপী কৰ্ণ অৰ্জ্জুনে বধিল ।
সসৈন্যে সাক্ষাতে তাক চাহিয়া আছিল ॥
তথাপিতো মূঢ়সবে দেখি নেদেখয় ।
বাড়ৱ অগ্নিত যেন পতঙ্গ পৰয় ॥ ২৬৯২৪
পূৰ্ব্বত বিদুৰে মোক কহিয়া আছয় ।
দুৰ্য্যোধনদোষে হুইবে প্ৰজাৰ প্ৰলয় ॥
দৈৱদোষে মোৰ কৰিলেক বুধি হত ।
নগৈলোঁ সজ্ঞাত বিদুৰৰ বচনত ॥ ২৬৯২৫

ৰাজ্যলোভে কৰিলোহো যুদ্ধক উদ্যোগ।
সম্প্ৰতি ভুঞ্জোহো সেহি অকাৰ্য্যৰ ভোগ ॥
কৰ্ণ সেনাপতি ৰণে পৰিল আমাৰ।
আগ হুয়া যুদ্ধ কোনে কৰিল সেনাৰ ॥ ২৬৯২৬
কৃষ্ণ অৰ্জ্জুনক যুঁজ কৰিবাক প্ৰতি।
কহিয়ো সঞ্জয় খেদি গৈল কোন ৰথী ॥

দুৰ্য্যোধনৰ প্ৰতি ৰজাসকলৰ আশ্বাস বাক্য আৰু
যুদ্ধ কৰিবলৈ দুৰ্য্যোধনৰ দৃঢ় প্ৰতিজ্ঞা

হেন শুনি নৃপতিত সঞ্জয় বুদতি।
অৰ্দ্ধৰথী পুত্ৰ যেবে গৈল অত্ৰাৰতী ॥ ২৬৯২৭
ধ্বজহীন ৰথে চৰি শল্য নৃপবৰ।
জনাইলা ৰাজাত গৈয়া বধ ৰাধেয়ৰ ॥
অমঙ্গল বাৰ্ত্তা হেন শুনি কুৰুৰাজ।
নিমজ্জিল কৰ্ণশোকসাগৰৰ মাজ ॥ ২৬৯২৮
হা কৰ্ণ হা কৰ্ণ বুলিলন্ত মহাদুখে।
সজল নয়নে ৰহিলন্ত অধোমুখে ॥
দেখি অশ্বত্থামা কৃতবৰ্ম্মা গুৰু কৃপ।
আনো ৰাজাগণ আসি চাপিল সমীপ ॥ ২৬৯২৯
ধীৰে ধীৰে বিনাৱন্ত মধুৰ বচনে।
নকৰিবা শোক ৰাজা কৰ্ণৰ কাৰণে ॥
পূৰ্ব্বে সুহৃদৰ হিত বাক্য নুশুনিয়া।
পাণ্ডৱ সহিতে ঘোৰ সমৰ কৰিয়া ॥ ২৬৯৩০
বধিলা সমস্তে বন্ধু বান্ধৱ সোদৰ।
পিতৃ পিতামহ গুৰু গৌৰৱ অপৰ ॥
এবে কেনে অকাৰণে কৰা অসন্তোষ।
কিন্তু তুমি নিমিত্ত স্বৰূপ দৈৱদোষ ॥ ২৬৯৩১
দৈৱৰ অধীন ইটো সমস্তে জগত।
অন্যথা কৰিবে নাহি কাহাৰো শকত ॥
এতেকে সন্তাপ কৰিবাৰ নুহি যোগ।
নিজ ধৰ্ম্মে কৰা ৰাজা যুদ্ধক উদ্যোগ ॥ ২৬৯৩২

দশোদিশে পলায় সেনা পাণ্ডৱক ভয়।
পাচে পাচে খেদে যেবে পাঞ্চাল সৃঞ্জয় ॥
তাসম্বাক বাহুবলে কৰি নিবাৰণ।
ৰক্ষা কৰা ইটো ভয়াতুৰ সেনাগণ ॥ ২৬৯৩৩
হেন দেখি দুৰ্য্যোধনে মাথা তুলি চাইল।
ভঙ্গ সেনাসকলক দৰশন পাইল ॥
কতো ৰথে কতো গজে কতো অশ্বে চৰি।
কতো কতো পদগতি পলায় ডৰডৰি ॥ ২৬৯৩৪
হস্তীয়ে ৰথক ভাঙ্গে ৰথে ঘোটকক।
ঘোঁৰায়ে গৰকি মাৰে পদাতি সৈন্যক ॥
অৰণ্যত ভাঙ্গে যেন বৃক্ষক বতাসে।
সেহিমত ভৈল সেনা কৰ্ণৰ বিনাশে ॥ ২৬৯৩৫
দশোদিশে দেখি মাত্ৰ অৰ্জ্জুনৰ মূৰ্ত্তি।
বিহ্বল স্বভাৱ শৰীৰতো নাই মতি ॥
পলাইবে নপাৰি কতো কৰে থকবক।
নাম ধৰি আছে বন্ধু-বান্ধৱবৰ্গক ॥ ২৬৯৩৬
ৰাখা ৰাখা বুলি কতোজনে পাৰে উকি।
মৃতকৰ মধ্যে পৰি কতো থাকে লুকি ॥
সেনাৰ বিপত্তি হেন শুনি দুৰ্য্যোধন।
হাহাকাৰ কৰি দুখে বুলিলা বচন ॥ ২৬৯৩৭
দেখা দেখা সাৰথি আমাৰ বিদ্যমান।
কৰয় সকল সেনা পাণ্ডৱে নিৰ্য্যাণ ॥
হৰিণগণক যেন খেদি যায় বাঘ।
সেহিমতে অৰ্জ্জুনে সেনাৰ নেৰে লাগ ॥ ২৬৯৩৮
তাহাৰ সম্মুখে মোৰ ডাক ৰথখান।
পাৰ পাই সাগৰৰ হৌক হেন ঠান ॥
সেহিমতে মোক পাই কৌৰৱৰ হোক।
মহাৰথীগণ সবে পৌৰুষ দেখোক ॥ ২৬৯৩৯
কৃষ্ণ ধনঞ্জয় মহামানী বৃকোদৰ।
আনো সব মহাৰথীগণ নিৰন্তৰ ॥

সবাকো সংহৰি পেষোঁ যমৰ দুৱাৰ।
সমৰভূমিত হাতে ধৰি ধনুশৰ ॥২৬৯৪০
কুন্তীৰ তনয় কদাচিতো নুহি সম।
সাক্ষাতে সাৰথি আজি দেখিয়ো বিক্ৰম ॥
বীৰত্ব বচন হেন শুনি নৃপতিৰ।
সাৰথিয়ো ঘোঁৰা ডাকিলেক ধীৰে ধীৰ ॥২৬৯৪১

উভয় পক্ষৰ যুদ্ধাৰম্ভ, কৌৰৱ সৈন্যৰ পলায়ন

মহাবলৱন্ত সেনা পঞ্চিশ হাজাৰ।
পাণ্ডৱক যুজিবাক কৰিলেক ধাৰ ॥
নাহিকে সহায় গজ নাহিকে ঘোটক।
আটোপে চলয় হেন পদাতি কটক ॥ ২৬৯৪২
ধৰ ধৰ মাৰ মাৰ বুলি খেদি যাই।
দেখি মহাক্ৰোধে ভীমসেন গৈল ধাই ॥
ৰথ এৰি ভূমিত নামিলা ধৰ্ম্মশীল।
চৰণৰ চোটে মহীমণ্ডল লৰিল ॥ ২৬৯৪৩
ভয়ঙ্কৰ গদা ধৰি বোলে থাক থাক।
মাথাৰ উপৰে ফুৰাইলন্ত সাত পাক ॥
সেনাৰ মাজত পশি মাৰে গদাবাৰী।
ভাঙ্গে মুণ্ড ভুণ্ড গাণ্ডি প্ৰাণ যায় ছাৰি ॥২৬৯৪৪
কাহাকো মাৰন্ত ক্ৰোধে চৰণ প্ৰহাৰে।
কতো কতো হত বাণ বাহুৰ আছাৰে ॥
ধৃষ্টদ্যুম্ন সেনাপতি ভীমৰ পাচত।
প্ৰবেশিলা ৰথে চৰি সেনাৰ মধ্যত ॥ ২৬৯৪৫
শনাইত শৰসব মাৰি নিৰন্তৰ।
পদাতি সৈন্যক বীৰে মাৰিলা বিস্তৰ ॥
হেন দেখি কৌৰৱ ৰাজাৰ ৰথীচয়।
বন্ধুছেদ তেজি নিজ মৰণক ভয় ॥ ২৬৯৪৬
কৰে ধনুশৰ ধৰি পৰম আটোপে।
ভীম ধৃষ্টদ্যুম্ন খেদি যাই মহাকোপে ॥

যুদ্ধত দুৰ্ম্মদ নিদাৰুণ ক্ষত্ৰগণ।
অগ্নিত পতঙ্গগণ পৰে যেন মন ॥ ২৬৯৪৭
দশোদিশে বেঢ়ি সবে বৰষিল শৰ।
দেখি ক্ৰোধ জ্বলি গৈল দাৰুণ ভীমৰ ॥
আপুনাৰ বাহুবল আশ্ৰয় কৰিয়া।
সুবৰ্ণমণ্ডিত ঘোৰ গদাক ধৰিয়া ॥ ২৬৯৪৮
দণ্ড ধৰি যমে যেন প্ৰজা সংহাৰন্ত।
সেহিমতে বৃকোদৰে কৰ্ত্তন কৰন্ত ॥
দাহিনত গদা খড়্গখান ধৰি বামে।
শেনপক্ষীগোট যেন ফুৰন্ত সংগ্ৰামে ॥ ২৬৯৪৯
ৰথীসকলকো আৰ পদাতি অপাৰ।
বলৱন্ত ভীমসেনে কৰয় সংহাৰ ॥
ধৃষ্টদ্যুম্ন আগ কৰি ভীমসেন থিত।
ৰথে চৰি ধনঞ্জয় মিলিলা তহিত ॥ ২৬৯৫০
সহদেৱ নকুল সাত্যকি মহাবীৰ।
বেগে আসি সমীপ চাপিলা শকুনিৰ ॥
যুধিষ্ঠিৰ নৃপতিৰ আনো বীৰগণ।
পৱন সঞ্চাৰে আসি খেদি দিলা ৰণ ॥ ২৬৯৫১
ৰথী ৰথ গজ বাজী ৰাহুত মাহুত।
তীক্ষ্ণতৰ শৰঘাৱে মাৰিলা বহুত ॥
দেখি তয়ু বীৰগণ আগবাঢ়ি গৈলা।
পাচে কুৰুপাণ্ডৱৰ ঘোৰ যুদ্ধ ভৈলা ॥ ২৬৯৫২
ত্ৰিভুবন কম্পন দুৰ্জ্জয় ধনঞ্জয়।
অগ্নিদত্ত যাহাৰ ৰথৰ চাৰি হয় ॥
সুৰাসুৰে জানে যাৰ ধনুৰ প্ৰভাৱ।
ৰথৰ সাৰথি যাৰ আপুনি মাধৱ ॥ ২৬৯৫৩
হেন অৰ্জ্জুনক যুজিবেক কোনজন।
তেখনে ভাগিল হতশেষ সেনাগণ ॥
সমৰত বীৰগণ ভাগিবাক দেখি।
পদাতিসকলো ধাইলা খানিকো নাপেখি ॥ ২৬৯৫৪

পৰম দাৰুণ সেনা পঞ্চিশ হাজাৰ।
অৰ্জ্জুনক বেঢ়ি শৰ কৰিলা প্ৰহাৰ ॥
দেখি আসি খেদিলা পাঞ্চাল বীৰগণ।
ধৃষ্টদ্যুম্ন সেনাপতি শীঘ্ৰে আগমন ॥ ২৬৯৫৫
শত্ৰুগণ মঙ্গল শ্ৰীমন্ত যশৱন্ত।
মহা ধনুৰ্দ্ধৰ ৰাজপুত্ৰ পুণ্যৱন্ত ॥
পাৰাৱতবৰ্ণ যেন শুক্ল চাৰি হয়।
সুবৰ্ণৰ ধ্বজ দণ্ড পতাকা শোভয় ॥ ২৬৯৫৬
কৰে ধনুশৰ ধৰি কৰিয়া টঙ্কাৰ।
পদাতি কটক বীৰ বধিলা অপাৰ ॥
ধৃষ্টদ্যুম্ন পৰাক্ৰম দেখি সেনাচয়।
দশোদিশে পলাইবে লাগিল মহাভয় ॥ ২৬৯৫৭
পলাইবাৰ দেখি নকৰিল আৰো শৰ।
মৰ্য্যাদাক ৰাখি যেন নবাঢ়ে সাগৰ ॥
সহদেৱ সাত্যকি নকুল বীৰবৰ।
শকুনিক প্ৰতি কোপে কৰিলন্ত শৰ ॥ ২৬৯৫৮
শৰ মাৰিবাৰ দেখি সুবলকুমাৰ।
মাৰিলেক শৰগণ শীঘ্ৰে আপুনাৰ ॥
হেন দেখি সহদেৱ নকুল সাত্যকি।
কৰিলন্ত শৰবৃষ্টি দশোদিশ ঢাকি ॥ ২৬৯৫৯
দাৰুণ প্ৰহাৰে আতি পৰম বিহ্বল।
প্ৰাণৰ কাতৰে পাচে পলাইল সৌবল ॥
পাঞ্চালীৰ পঞ্চপুত্ৰ ৰাজা চেকিতান।
শিখণ্ডী প্ৰমুখ্যে আৰো যত বীৰগণ ॥ ২৬৯৬০
অসংখ্যাত সেনাগণ মাৰিলা অপাৰ।
পাচে শঙ্খধ্বনি কৰিলেক বৰিম্বাৰ ॥
হতশেষ সেনাগণ পলায় মহাভয়।
ৰথে চৰি পাচে পাচে খেদে ৰথীচয় ॥ ২৬৯৬১
বৃষক জিনিয়া যেন বৃষ খেদি যায়।
কৌৰৱৰ পাণ্ডৱৰ যুদ্ধ সেহি প্ৰায় ॥
অৰ্জ্জুনৰ ঘোৰ শৰে ঢাকিল আকাশ।
নেদেখি সূৰ্য্যৰ ৰশ্মি বহয় বতাস ॥ ২৬৯৬২
সৈন্যৰ আন্দোলে ধূলা উঠিল অপাৰ।
হৈল অন্ধকাৰ আৰে নেদেখি যে আৰ ॥
পলায় দশোদিশ সেনা দেখি দুৰ্য্যোধন।
কৰিলেক কোপে পাণ্ডৱক নিবাৰণ ॥ ২৬৯৬৩
যেনমতে বলি ৰাজা পূৰ্ব্বে বাসৱক।
মহামত্ত গৰ্ব্বে ডাকিলেক সমৰক ॥
সেহিমতে দুৰ্য্যোধন ৰাজা মহামানী।
মহাবেগে খেদি যায় নানা অস্ত্ৰ হানি ॥ ২৬৯৬৪
ক্ৰুদ্ধমনে পাণ্ডৱক ভৰ্ৎসি বাৰম্বাৰ।
সমস্ত বীৰক শৰে কৰিলা প্ৰহাৰ ॥
পৰম বিক্ৰম দেখি তযু তনয়ৰ।
প্ৰশংসা কৰিলা নিৰন্তৰে আত পৰ ॥ ২৬৯৬৫
পাণ্ডৱৰ বীৰগণে দেখি বিপৰীত।
থমকি থাকিলা সবে সমৰভূমিত ॥
আগবাঢ়ি ৰাখি ৰাজা মহাৰথীগণ।
আপুন সৈন্যক পাচে বুলিলা বচন ॥ ২৬৯৬৬
শুনা শুনা বীৰগণ আমাৰ বচন।
উপজিলে মৰিবাক লাগে এক ক্ষণ ॥
কৈত শুনি আছা কোন জীৱন্তে আছয়।
তেৱে মৃত্যুভয় কেনে কৰিবে লাগয় ॥ ২৬৯৬৭
ক্ষত্ৰিয়ৰ সৰ্ব্বকালে ৰণত মৰণ।
লোকতো যশস্যা স্বৰ্গভৱনে গমন ॥
কদাচিতো উচিত নুহিকে পলাইবাৰ।
পৰলোকে পাপ ইহলোকে অনাচাৰ ॥ ২৬৯৬৮
তথাপি পলায় যদি প্ৰাণৰ কাতৰে।
বিচাৰি বিচাৰি মাৰিলন্ত বৃকোদৰে ॥
পাণ্ডৱৰ অপৰাধ কৰিলা পূৰ্ব্বত।
পলাই প্ৰাণৰক্ষা আৰে কৰিবা কিমত ॥ ২৬৯৬৯

অল্প শেষ শত্রুসৈন্য আমাৰ বিস্তৰ।
কৃষ্ণ ধনঞ্জয় দুই ভৈলন্ত দুৰ্ব্বাৰ॥
এতেকে ৰহিয়ো সবে এৰিয়া সংশয়।
অৱশ্যে হৈবেক আৰে আমাৰ বিজয়॥ ২৬৯৭০
বিস্তৰ কহিলা আৰো ৰাজা দুৰ্য্যোধন।
শুনি সাধুৰ্ব্বাদ কৰি মহাৰথীগণ॥
পুনৰপি খেদি গৈলা পাণ্ডৱক প্ৰতি।
ৰথ গজ ঘোঁৰা চৰি যান্ত শীঘ্ৰগতি॥ ২৬৯৭১
তোমাৰ তনয় দুৰ্য্যোধনে খেদি যায়।
কৰিলা দুৰ্ঘোৰ ৰণ পাণ্ডৱক পাই॥
পাণ্ডৱে দেখিল কুৰুগণে খেদি আইল।
হস্তীক দেখিয়া যেন কেশৰী কিটাইল॥ ২৬৯৭২
ৰথীয়ে ৰথীক মাৰে মাহুতে মাহুত।
পদাতিয়ে পদাতিক বধিলা বহুত॥
কৰিলেক হত ৰণে তুৰঙ্গে তুৰঙ্গ।
পাচে কৌৰৱক সমৰত কৈলা ভঙ্গ॥ ২৬৯৭৩
প্ৰলয়ৰ ৰুদ্ৰে যেন প্ৰজা বিনাশিল।
সেহিমতে কুন্তীসুতে প্ৰজা সংহৰিল॥
অসংখ্যাত ৰাজাগণ বধিলা অৰ্জ্জুনে।
অদ্ভুত বিক্ৰম হেন দেখি দুৰ্য্যোধনে॥ ২৬৯৭৪
ধাইল সেনাসবৰ হেন দেখিয়া ক্ৰন্দন।
শোকে দুখে নৃপতিৰ উদবিগ্ন মন॥
হেন দেখি কৃপা বৰ মিলিল কৃপৰ।
ৰাজাক সম্মুখি মাতিলন্ত অনন্তৰ॥ ২৬৯৭৫
শুনা সভাসদ পদ মহাভাৰতৰ।
পুৰুষৰ পুৰুষাৰ্থ নাহি আত পৰ॥
ধৰ্ম্ম অৰ্থ কাম মোক্ষ পাৱে যাক শুনি।
লোকক কৃপায়ে কহিলন্ত ব্যাসমুনি॥ ২৬৯৭৬
মোৰ পদ বুলি হেলা নকৰিবা আতি।
নেৰে যেন সোণা পাৱিলেয়ো অন্ত্যজাতি॥
সেই পটন্তৰ ইটো পদৰ আমাৰ।
ৰাম ৰাম বুলি তৰা অপাৰ সংসাৰ॥ ২৬৯৭৭

দুৰ্য্যোধনৰ প্ৰতি কৃপাচাৰ্য্যৰ প্ৰবোধবাক্য

দুলড়ী

সঞ্জয় বদতি শুনিয়ো নৃপতি
পাচে কৃপ কৃপাশীল।
বীৰসকলৰ বিপত্তি দেখিয়া
ৰাজাক হেন বুলিল॥
শুনা দুৰ্য্যোধন আমাৰ বচন
যদি ভাল মানা মনে।
ক্ষত্ৰিয়ৰ ধৰ্ম্ম নাহি আত পৰে
জানিবা মৰণ ৰণে॥ ২৬৯৭৮
কিন্তু পলাইবাৰ সম নাহি আৰ
ক্ষত্ৰিয়ৰ মহাপাপ।
ঘোৰ নৰকত পৰি মৰে সিটো
জীয়ে মানে মনস্তাপ॥
তথাপিতো মূঢ় ক্ষত্ৰিয়সকলে
জীৱনক আশা কৰি।
পলাই মহাভয় যেন মৃগচয়
স্বধৰ্ম্মক পৰিহৰি॥ ২৬৯৭৯
যিটো ধৰ্ম্মশীল ক্ষত্ৰিয় আছিল
সমৰে ইন্দ্ৰ সমান।
ভীষ্ম গুৰু দ্ৰোণ কৰ্ণ জয়দ্ৰথ
ভ্ৰাতৃপুত্ৰ তব আন॥
যাক ভাৰ দিয়া পৰম নিৰ্ভয়ে
ভুঞ্জিলা ৰাজ্য সম্প্ৰতি।
কৰি ঘোৰ ৰণ সিটো বীৰগণ
চলি গৈলা অমৰাৱতী॥ ২৬৯৮০
পৰম দুৰ্ব্বল ক্ষত্ৰিয়সকল
আছয় যত আমাৰ।

অৰ্জ্জুনৰ ঘোৰ শৰৰ প্ৰহাৰে
ব্যথিত প্ৰাণ সবাৰ ॥
কুন্তী তনয়ৰ ৰথৰ উপৰ
ধ্বজ গোট বিপৰীত।
বাসবৰ বজ্ৰ সমান সুদৃঢ়
বহল বৰ উচ্ছ্ৰিত ॥ ২৬৯৮১
দৈৱকী নন্দন মহাবাহু কৃষ্ণ
দুৰাশয় দেৱতাৰ।
সৈন্যৰ মাজত ফুৰাইলন্ত ৰথ
পৱন সম সঞ্চাৰ ॥
গাণ্ডীৱ ধনুৰ দাৰুণ শবদে
ধৰণী মণ্ডল লৰে।
দুৰ্জ্জয় ভীমৰ সিংহনাদ ঘোৰ
বজ্ৰে যেন বজ্ৰ পৰে ॥ ২৬৯৮২
দিব্য জম্বুনদ সুবৰ্ণ মণ্ডিত
বিচিত্ৰ গাণ্ডীৱ ধনু।
ৰথৰ উপৰে বাম হাতে ধৰি
ফুৰাৱন্ত পুনু পুনু ॥
সুদাম পৰ্ব্বত উপৰে যেহেন
বিদ্যুত হোৱে সঞ্চাৰ।
দেখা মহাত্ৰাসে পলায় অসন্তোষে
ক্ষত্ৰিয়গণ আমাৰ ॥ ২৬৯৮৩
শুদ্ধ সুবৰ্ণৰ মণ্ডিত সুন্দৰ
চৰিয়া ৰথ উপৰে।
পাণ্ডুৰ তনয় বীৰ ধনঞ্জয়
কৰয় শৰ সমৰেণ॥
চৈত্ৰ বৈশাখৰ শুকান তৃণক
দহে যেন হুতাশন।
সেহিমতে ৰণে কুন্তীৰ নন্দনে
সংহাৰয় ৰথীগণ ॥ ২৬৯৮৪

বীৰগণ মাজে যেন দেৱৰাজ
প্ৰকাশন্ত ধনঞ্জয়।
যেন ঐৰাৱত কমল বনত
বিহাৰ আতি কৰয় ॥
পাণ্ডৱৰ ঘোৰ ধনুৰ প্ৰহাৰে
বীৰগণ যত যত।
সিংহ দৰশনে যেন মৃগগণে
পলায় প্ৰাণ ভয়ত ॥ ২৬৯৮৫
আতি ঘোৰতৰ দাৰুণ সমৰ
সপ্তদশ দিন সাজি।
ৰথী মহাৰথী অতিৰথী আনো
বধিলন্ত গজ বাজী ॥
বায়ুৰ বেগত পদ্মগণ যত
কাম্পে যেন জল মাজে।
সেহিমতে পাৰ্থ ভয়তে তোমাৰ
কম্পমান সামৰাজে ॥ ২৬৯৮৬
সখাকৰ বধে ঘোৰ অঙ্গীকাৰ
কৰিল পূৰ্ব্বে অৰ্জ্জুন।
তাক ৰাখিবাক সবেয়ো যুঁজিল
সমস্তে জানা আপুন ॥
দ্ৰোণ সেনাপতি বাহ্লীক নৃপতি
সূৰ্য্যৰ তনয় কৰ্ণ।
ক্ষত্ৰ নিৰন্তৰ তোমাৰ সোদৰ
মহাৰথী দুঃশাসন ॥ ২৬৯৮৭
তুমিয়ো আপুনি কৰিলা সমৰ
সখাৰ ৰক্ষাৰ হেতু।
সবাহাৰে দৰ্প কৰিলন্ত চুৰ
দেখিলা বানৰ কেতু ॥
জয়দ্ৰথ আদি আনো বীৰগণ
অৰ্জ্জুনৰ শৰে পৰি।

মনুষ্যলোকক অতিক্রম কৰি
দেৱলোকে গৈলা লৰি ॥ ২৬৯৮৮
যত ধনুৰ্দ্ধৰ কৃষ্ণ অৰ্জ্জুনৰ
আগত তৃণ সমান।
স্বৰ্গত মৰ্ত্ত্যত পাতালপুৰত
নাহিকে যাৰ সমান ॥
হৰক সন্তুষ্ট কৰিলেক যিটো
বাহুবলে আপুনাৰ।
হেন অৰ্জ্জুনক কৌৰৱ দলত
কোনে যুঁজিবেক আৰ ॥ ২৬৯৮৯
বাসৱক ৰণে জিনিয়া খাণ্ডৱ
দহিলা যিটো অৰ্জ্জুন।
কৈয়ো কুৰুৰাজ বীৰগণ মাজ
তাঙ্ক যুঁজিবেক কোন ॥
নানাবিধ দিব্য অস্ত্ৰক জানন্ত
ধনঞ্জয় মহাবীৰ।
প্ৰচণ্ড কোদণ্ড গাণ্ডীৱৰ ঘোৰ
মেদিনী মেলয় চিৰ ॥ ২৬৯৯০
সিটো ধ্বনি শুনি যত ৰথীগণ
মহাভয়ে কম্পমান।
আচোক যুঁজিবে বলবীৰ্য্য বুদ্ধি
হৰয় সবাৰে জ্ঞান ॥
বীৰ বৃকোদৰ সাত্যকি অপাৰ
ৰণে দুয়ো অনিৰ্ব্বাৰ।
যাৰ শৰচোটে সাগৰ শুকায়
পৰ্ব্বতো কৰে বিদাৰ ॥ ২৬৯৯১
তুমি বিদ্যমানে বীৰ ভীমসেনে
কৰি আছে অঙ্গীকাৰ।
সিটো বাক্যচয় হৈল কতো সত্য
কৰিবেক শেষ আৰ ॥

মহাবলৱন্ত অতিৰথী কৰ্ণ
সেনাক আগে ৰাখিল।
তাহাঙ্ক সমৰে বিধি ধনঞ্জয়
অনাথ আতি কৰিল ॥ ২৬৯৯২
চন্দ্ৰহীন যেন ৰজনী নজলে
দন্তহীন যেন গজ।
জলহীন যেন নদী নোশোভয়
ৰথে নাহি যেন ধ্বজ ॥
সেহিমতে সেনা শোভা নকৰয়
সেনাপতি ব্যতিৰেক।
পাণ্ডৱত হস্তে অনাথ সৈন্যক
কোনে এবে ৰাখিবেক ॥ ২৬৯৯৩
অসাধুৰ কৰ্ম্ম কৰিলা পূৰ্ব্বত
অকাৰণে নৰপতি।
সেহি অকাৰ্য্যৰ ফল উপগত
জানিবা ইটো সম্প্ৰতি ॥
দুৰ্ব্বলী পুৰুষে বলৱন্ত সমে
বিবাদ নোহে উচিত।
ৰাজনীতিশাস্ত্ৰ কহিয়া আছন্ত
পূৰ্ব্বে দেৱপুৰোহিত ॥ ২৬৯৯৪
আপদ কালক অপেক্ষা কৰিয়া
ধন ৰক্ষা কৰিবেক।
ভাৰ্য্যাৰ ৰক্ষাৰ কাৰণে ধনক
পাচে পৰিহৰিবেক ॥
আপুনাৰ অৰ্থে ভাৰ্য্যা ধন জন
পৃথিবীকো ত্যজে নৰ।
এতেকে আপুন ৰক্ষাৰ কাৰণে
দুৰ্য্যোধন যত্ন কৰ ॥ ২৬৯৯৫
ধৰ্ম্ম অৰ্থ কাম মোক্ষৰ কাৰণে
দুৰ্লভ মনুষ্য তনু।

হেনয় দেহৰ বিয়োগে নৃপতি
সব নষ্ট হোৱে পুনু ॥
যেন দুগ্ধ মধু ঘৃত আদি আনি
বস্তু থৱে কলসত ।
কুম্ভ নষ্টে যেন সব নষ্ট হয়
জানা দেহ সেহিমত ॥ ২৬৯৯৬
আপুন কুশল অকুশল যিটো
নজানয় ৰাজাচয় ।
অচিৰ কালত হেন নৃপবৰ
ৰাজ্য শ্ৰীহত হোৱয় ॥
এতেকে পাণ্ডৱ সহিতে সংগ্ৰাম
ত্যজিয়োক মহামতি ।
সুহৃদৰ মোৰ বাক্য-হিত জানি
কৰিয়োক মিত্ৰ আতি ॥ ২৬৯৯৭
মহাবলৱন্ত পণ্ডিত মহন্ত
যুধিষ্ঠিৰ মহামতি ।
তাহাৰ চৰণে প্ৰণাম কৰিয়ো
দিয়োক ৰাজ্য সম্প্ৰতি ॥
পাচে যুধিষ্ঠিৰে তোমাৰ পিতৃৰ
চৰণে ৰাজ্য দিবন্ত ।
কৃষ্ণেয়ো অৱশ্যে তোমাৰ কাৰণে
নৃপতিক বুলিবন্ত ॥ ২৬৯৯৮
কুৰু নৃপতিৰ বচন নিশ্চয়
কৰিবন্ত হৃষীকেশ ।
ভীমো ধনঞ্জয় আদি জ্ঞাতিচয়
কৰিব কৃষ্ণে আদেশ ॥
আত পৰে আৰ তোমাৰ কুশল
নেদেখো বিচাৰি মনে ।
কদাচিতো জয় নাহিকে আমাৰ
পৰাজয় মাত্ৰ ৰণে ॥ ২৬৯৯৯
আপুনাৰ প্ৰাণ কাতৰে বা দুখে
নোবোলো তোমাক বাপ ।
তথু হিত অৰ্থে কহো বাৰম্বাৰ
পৰিহৰা মনস্তাপ ॥
আনো নানা হিত যুগুতি বচন
প্ৰবোধ তাঙ্ক কৰিল ।
পাচে সাৰ তত্ত্ব মনত আমুখে
নিশ্বাস ত্যজি ৰহিল ॥ ২৭০০০
শুনা সৰ্ব্বজন থিৰ কৰি মন
শল্য-পৰ্ব্ব কথা সাৰ ।
ইটো কলিযুগে শ্ৰৱণ কীৰ্ত্তন
বিনে গতি নাহি আৰ ॥
জানিয়া কৃষ্ণৰ চৰণে শৰণ
লৈয়ো একচিত্ত কৰি ।
কহে দামোদৰ নিৰন্তৰে নৰ
ডাকি বোলা হৰি হৰি ॥ ২৭০০১

দুৰ্য্যোধনৰ আক্ষেপ

পদ

সঞ্জয় বদতি শুনিয়োক মহাশয় ।
কৃপৰ বচন শুনি তোমাৰ তনয় ॥
কতোক্ষণ মনে গুণে ৰাজা দুৰ্য্যোধন ।
নিশ্বাস ফোকাৰি হেন বুলিলা বচন ॥ ২৭০০২
শুনিয়োক কৃপ গুৰু গৌতম তনয় ।
শুনিলো সকলে যত কহিলা নিশ্চয় ॥
প্ৰাণকো উছৰ্গি মোৰ অৰ্থে দ্বিজবৰ ।
পাণ্ডৱে সহিতে ঘোৰ কৰিলা সমৰ ॥ ২৭০০৩
সাক্ষাতে দেখিলো সিটো তোমাৰ বিক্ৰম ।
নাহি আৰ বান্ধৱ আমাৰ তুমি সম ॥

এতেকে যুগুতি পৰ কহিলা তোমাৰ।
কিন্তু পাণ্ডৱক দুখ দিয়া আছো ঘোৰ ॥ ২৭০০৪
পূৰ্ব্বে আমি কুটপাশ খেলাইবাৰ ছলে।
যুধিষ্ঠিৰ নৃপতিৰ ৰাজ্য লৈলোঁ বলে ॥
হয় হস্তী ৰথ বস্ত্র যতেক আছিল।
পাশাত হাৰিয়া পাণ্ডুসুতে সবে দিল ॥ ২৭০০৫
তথাপিতো ৰাজ্যে তাঙ্ক থাকিবে নেদিলোঁ।
বাৰ্হয় বছৰক লাগি বনক খেদিলোঁ ॥
অজ্ঞাত বাসৰে আছিলেক বৰিষেক।
মৎস্য নৃপতিৰ পৰিচৰ্য্যা কৰিলেক ॥ ২৭০০৬
লক্ষ নৃপতিৰ পতি ৰাজা যুধিষ্ঠিৰ।
গহীন গম্ভীৰ ধীৰ গুণৰ মন্দিৰ ॥
কিৰীটিৰ অগ্ৰত ধৰিয়া সিংহাসন।
যাক বহিলেক মহা মহা ৰাজাগণ ॥ ২৭০০৭
হেন যুধিষ্ঠিৰ মৎস্য নৃপতিৰ ঘৰে।
কিঙ্কৰালি কৰ্ম্ম কৰিলন্ত নিৰন্তৰে ॥
তথাপিতো কুন্তীৰ তনয় ধৰ্ম্মশীল।
কৃষ্ণদূত কৰি পাঞ্চ গ্ৰামক মাগিল ॥ ২৭০০৮
নেদিলোহো তাক মই বলৰ দৰ্পত।
ৰাজাগণ আনি যুদ্ধ কৰিলোঁ বলত ॥
সমৰত হত যত যত বীৰগণ।
নাম ধৰি তাক কত কৰিবো কথন ॥ ২৭০০৯
তিনিয়ো লোকত যাক নাহি সমসৰ।
ভীষ্ম পিতামহ গুৰু দ্ৰোণ ৰাধেয়ৰ ॥
সুৰাসুৰ জিনিবাক পাৰে একোজনে।
মোৰ কৰ্ম্মভাগে সিয়ো হত হোৱে ৰণে ॥ ২৭০১০
পাণ্ডৱক যুঁজে হেন নাহি একো বীৰ।
কাক ভয় কৰিবেক ৰাজা যুধিষ্ঠিৰ ॥
কিসক কৰিবে লাগে মোৰ মিত্ৰৱতি।
কোনেবা বিভাগ কৰি দিব বসুমতী ॥ ২৭০১১
আপুনাৰ জয় যিটো নাজানে নিশ্চয়।
সিটো জনে শত্ৰু সমে মিত্ৰতা কৰয় ॥
পাণ্ডৱে জানিলো সিটো জয় আপুনাৰ।
মোৰ সম শত্ৰু তাসম্বাৰ নাহি আৰ ॥ ২৭০১২
গৰল খুৱাইলো জলে বান্ধিয়া পেলাইলোঁ।
জৌগৃহ কৰি পুৰি মাৰিবাক চাইলোঁ ॥
কৰিলোঁ বিস্তৰ আৰো নানা অপকাৰ।
সুগুচয় কদাচিতো সিটো মনে তাৰ ॥ ২৭০১৩
দুঃশাসনে দ্ৰৌপদীৰ ধৰিলা কেশত।
কৰাইলা প্ৰৱেশ আনি ৰাজসমাজত ॥
সমস্তে দেখিলে কৰিলেক বিকৰ্থন।
অদ্যাপি পাণ্ডৱে তাক কৰয় স্মৰণ ॥ ২৭০১৪
এতেকে নহৈব সংগ্ৰামত নিবাৰণ।
স্বৰূপ জানিবা গুৰু গৌতমনন্দন ॥
মহাক্ৰোধী ভীমে কৰিলন্ত অঙ্গীকাৰ।
ঊনশত ভাই সমে মোক মাৰিবাৰ ॥ ২৭০১৫
এৱে ভীমসেনে কেনে এৰি অঙ্গীকাৰ।
মিত্ৰৱতি কৰি বাটি দিবে ৰাজ্যভাৰ ॥
সুভদ্ৰাৰ সুত অভিমন্যু বীৰবৰ।
আপুনাৰ প্ৰাণতো অধিক অৰ্জ্জুনৰ ॥ ২৭০১৬
অন্যায় সমৰে তাকো কৰিলেক নষ্ট।
অভিমন্যু মৰণত পাইল মন কষ্ট ॥
পুত্ৰশোকে জ্বলি হৃদয়ত দিলে শাল।
কিসক দেখিব ধনঞ্জয় এৱে ভাল ॥ ২৭০১৭
সহদেৱ নকুল যৱজা দুই জন।
পিন্ধিছে যুদ্ধক প্ৰতি কৱচ-কঙ্কণ ॥
সমৰত যম সম মহা ধনুৰ্দ্ধৰ।
বনবাসদুখ ঘোৰ সুমৰি পূৰ্ব্বৰ ॥ ২৭০১৮
অব্যাহতে পাই আপুনাৰ পৃথিৱীক।
মোৰ সমে মিত্ৰৱতি কৰিবে কিসক ॥

মহাদুখে পাঞ্চালী কৰয় উগ্ৰব্ৰত।
স্বামীৰ বিজয় হেতু চিন্তিয়া মনত ॥ ২৭০১৯
নিৰাহাৰে আছিলন্ত ভূমিত শয়ন।
সঙ্কল্প কৰিয়া মোৰ মৰণ কাৰণ ॥
কৃষ্ণৰ বহিনী বসুদেৱৰ নন্দিনী।
সুভদ্ৰা সুন্দৰী সৰ্ব্বগুণে সুলক্ষণী ॥ ২৭০২০
তেজিয়া সপত্নী হিংসা গৰ্ব্ব অভিমান।
দ্ৰৌপদীৰ শুশ্ৰূষা কৰিলা ব্ৰতদান ॥
সিটো তপ-ফল আসি ভৈল উপগত।
কিসক পাণ্ডৱে তাকে তেজিয়া সাম্প্ৰত ॥ ২৭০২১
কোন গুণে মোৰ লগে মিত্ৰৱতি কৰি।
বাটি দিবে ৰাজ্য ঘোৰ যুদ্ধ পৰিহৰি ॥
ধৃষ্টদ্যুম্ন সেনাপতি শিখণ্ডী অপৰ।
কৰিলো পৰম বৈৰ দুইকো দ্বিজবৰ ॥ ২৭০২২
দ্ৰৌপদীৰ দুখ মনে কৰিয়া স্মৰণ।
কদাচিতো সিটো আৰ নেৰিবেক ৰণ ॥
দ্ৰৌপদী কৃষ্ণৰ আগে কান্দি বাৰম্বাৰ।
পাৱে পৰি দুখ নিবেদিলা আপুনাৰ ॥ ২৭০২৩
তাহাক আশ্বাসি পাচে বুলিলা বচন।
অৱশ্যে সাধিবো দেৱি তব প্ৰয়োজন ॥
হস্তিনাপুৰক পাণ্ডৱৰ প্ৰয়োজনে।
গৈলন্ত গোবিন্দ পাচে আমাৰ ভৱনে ॥ ২৭০২৪
পাঞ্চ গ্ৰাম খুজিলেক নেদিলোঁ াহো তাক।
বিস্তৰ বুলিলোঁ আৰো উপালম্ভ বাক ॥
সিটো কথা অদ্যাপিও কৰন্ত স্মৰণ।
শুনে যেৱে আৰো অভিমন্যুৰ মৰণ ॥ ২৭০২৫
ভাগিনৰ শোক আতি পাইল বিপৰীত।
কিসক কেশৱে মোৰ চিন্তিৱন্ত হিত ॥
পাণ্ডৱক দুখ আমি দিলোঁ যত যত।
নাহি সুখ শান্তি শুনি কৃষ্ণৰ মনত ॥ ২৭০২৬

মাধৱৰ অৰ্জ্জুনৰ দুইৰো একে প্ৰাণ।
জানিবা নিশ্চয় শুক তনু মাত্ৰ আন ॥
শুনিলোঁ পূৰ্ব্বত ইটো দেখিলোঁ সাক্ষাত।
কিসক হৈবন্ত তুষ্ট কেশৱে আমাত ॥ ২৭০২৭
কেনেবা বুলিব যদুৰাজে মোৰ কাজ।
কিসক দিবন্ত বাটি ৰাজ্য ধৰ্ম্মৰাজ ॥
মোৰ পিতৃবাক্য কেনে কৰিবন্ত হৰি।
যুধিষ্ঠিৰ নৃপতিৰ বনবাস স্মৰি ॥ ২৭০২৮
কদাচিতো পাণ্ডৱে নেদিব মোক ৰাজ।
যদি দেয় তথাপিতো মোৰ নাই কাজ ॥
একেশ্বৰে শাসন কৰিলোঁ বসুমতী।
এৱে কেনে হৈবো খণ্ড মণ্ডলৰ পতি ॥ ২৭০২৯
শত্ৰুগণ মধ্যে আনো ৰাজাসকলৰ।
প্ৰকাশ কৰিলা যেন দ্যুতি দিবাকৰ ॥
এৱে মই যুধিষ্ঠিৰ ৰাজাৰ পাচত।
কেনমতে যাইবো সেৱিয়া দাসৱত ॥ ২৭০৩০
আছিল যতেকক্ষণ আমাৰ আশ্ৰয়।
দিয়া আছো আগে আমি ভূমি সমস্তয় ॥
পৰম আনন্দে ভোগ কৰিলো পূৰ্ব্বত।
কিমতে বৰ্ত্তিবো এৱে হুয়া দীনৱত ॥ ২৭০৩১
পৰম শোভন মোৰ হিত তযু বাক।
কদাচিতো অনাদৰ নকৰোহো তাক ॥
কিন্তু মিত্ৰৱতিক মোহোৰ নাই মন।
যুদ্ধক কুশল দেখোঁ হেন তপোধন ॥ ২৭০৩২
বাল্য বৃদ্ধ নপুংসক নুহিকো দুৰ্ব্বল।
তৰুণ বয়স অস্ত্ৰশস্ত্ৰত কুশল ॥
পঞ্চযজ্ঞ কৰি দেৱ-পিতৃক তুষিলোঁ।
দ্বিজক দক্ষিণা দিয়া সন্তুষ্ট কৰিলোঁ ॥ ২৭০৩৩
মনৰ বাঞ্ছিত ভোগ সকলে ভুঞ্জিলোঁ।
সুহৃদ বান্ধৱ জ্ঞাতিগণক ৰঞ্জিলোঁ ॥

বেদক পঢ়িলোঁ। পিতৃ-চৰণ বন্দিলোঁ।
আপুনাৰ বাহুবলে শত্রুক দণ্ডিলোঁ। ॥ ২৭০৩৪
কৰিলেক সেৱা নাৰীগণ অনুপাম।
সম্ভোগত সম্পূৰ্ণ হৈলেক মনস্কাম ॥
তেবে কেনে স্বধৰ্ম্ম তেজিয়া আপুনাৰ।
পৰম নিৰ্ম্মল কীৰ্ত্তি কৰি পৰিহাৰ ॥ ২৭০৩৫
কিসক কৰিবো শত্রু সমে মিত্ৰবৃত্তি।
পৰম ধ্রুৱৰ সুখ জানিয়া সম্প্রতি ॥
কৈত ৰাজ্য কৈত কীৰ্ত্তি মহতসবৰ।
তেবে কেনে ৰাজ্যকামে তেজিবো সমৰ ॥২৭০৩৬
কিসক নিৰ্ম্মল কীৰ্ত্তি কৰিবোহো নষ্ট।
সম্মুখ সমৰে মৰণত কোন কষ্ট ॥
যোগ চিন্তি তনু ত্যাগ কৰয় বনত।
নতুবা মৰণ হবে সম্মুখ ৰণত ॥ ২৭০৩৭
উভয় মৃত্যুত যিটো গতি পাৱে নৰে।
নপাৱয় তাক যিটো অশ্বমেধ কৰে ॥
বৃদ্ধ হুয়া গৃহত মৰয় যিটো নৰে।
কুৎসিত পুৰুষ আৰ নাহি তাত পৰে ॥ ২৭০৩৮
এতেকে কৰিবো শত্রু সহিতে সমৰ।
এৰিলোঁ। ৰাজ্যৰ আশা প্ৰাণৰ কাতৰ ॥
বুলিবাহা কুটুম্বক পুষিবাৰ কাজ।
অভিমান তেজিয়া খুজিয়া লৈয়ো ৰাজ ॥ ২৭০৩৯
যতেক বান্ধৱগণ আছিল আমাৰ।
সমৰে পাণ্ডৱে সবে কৰিল সংহাৰ ॥
কেৱলে মইসে মাত্ৰ আছো অৱশেষ।
কাক লাগি মাগি আৱে লৈবো ৰাজ্যদেশ ॥২৭০৪০
মোৰ অৰ্থে পৃথিৱীৰ ৰাজাগণ যত।
প্ৰাণ ত্যাগ কৰিলেক ঘোৰ সমৰত ॥
মই কেনে নিজ কাৰ্য্যে যুদ্ধ পৰিহৰি।
শত্ৰুত শৰণ লৈবো প্ৰাণ ইচ্ছা কৰি ॥ ২৭০৪১

উত্তমৰ ইটো কাৰ্য্য নুহিকে নিশ্চয়।
কদাচিতো ইতৰ জনেও নকৰয় ॥
ইটো কথা শুনি হাসিবেক সৰ্ব্বলোক।
হেন কি নিন্দিত কৰ্ম্ম বোলা গুৰু মোক ॥ ২৭০৪২
বিশেষত কৌৰৱৰ কুলে মই জাত।
মহামানী দুৰ্য্যোধন জগতে প্ৰখ্যাত ॥
সম্মুখ সমৰ ক্ষত্ৰিয়ৰ নিজধৰ্ম্ম।
তাক এৰি কেনে মই কৰিবো বিকৰ্ম্ম ॥ ২৭০৪৩
প্ৰাণৰ কাতৰে লৈবো শত্ৰুত শৰণ।
জীৱনত কৰি তেবে মৰণে-শোভন ॥
ভীষ্মক দ্ৰোণক জয়দ্ৰথক কৰ্ণক।
ভ্ৰাতৃক পুত্ৰক আনো বান্ধৱবৰ্গক ॥ ২৭০৪৪
সবাকো সংহৰি ঘোৰ সংগ্ৰামৰ মাজে।
এৱে ৰাজ্য ভোগ কৰিবোহো কোন কাজে ॥
কোন লাজে যাইবো আৱে হস্তিনাপুৰক।
কি বুলিয়া প্ৰবোধিবো বিধৱাসবক ॥ ২৭০৪৫
কি কথা কহিবো পিতৃমাতৃত আমাৰ।
কুলক্ষয় কৰি বাটি দিলোঁ। ৰাজ্যভাৰ ॥
নেদিবো ধৰণী শুনা বিদুৰ খুড়াই।
আনো বন্ধুগণে মোক বুলিল বুজাই ॥ ২৭০৪৬
কহিলো পূৰ্ব্বত সবাহাৰে বিদ্যমান।
নেদিবো ধৰণী সূচি-অগ্রৰ সমান ॥
কদাচিতো নেৰিবোহো সিটো অঙ্গীকাৰ।
শৰীৰত জীৱ যাৱে থাকয় আমাৰ ॥ ২৭০৪৭
শত্রু সমে যুদ্ধ মই কৰিবো ৰণত।
জিনো যদি পাইবো আপুনাৰ ৰাজ্য যত ॥
সম্মুখ সমৰে যদি প্ৰাণে হওঁ হত।
তথাপিতো থিতি হৈবো উত্তম স্বৰ্গত ॥ ২৭০৪৮
উভয় প্ৰকাৰে মোৰ যুদ্ধেসে কুশল।
এতেকে নিষেধ নকৰিবা মহাবল ॥

উপজিলে মৰিবাক লাগে একবাৰ।
এবে কেনে স্বধৰ্ম্ম ত্যজিবো আপুনাৰ ॥ ২৭০৪৯
যুঁজিবোহো পাণ্ডৱক কহিলোঁ নিশ্চয়।
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয় ॥
শোকে দুখে অপমানে ৰাজা দুৰ্য্যোধন।
পাচে ক্ৰোধবশ হুয়া বুলিলা বচন ॥ ২৭০৫০
শুনিয়োক কৃপ গুৰু গৌতমনন্দন।
আনো যত আছে আৰো মহাবীৰগণ ॥
সবাৰো আগত মই কহো দৃঢ় কৰি।
অপাণ্ডৱা ধৰণী কৰিবো আজি ধৰি ॥ ২৭০৫১
যুঁজিবাক আইল বীৰগণ যতমান।
গদা হানি কৰিবোহো সবাকে নিৰ্য্যাণ ॥
মোৰ আগে কোন বস্তু পাণ্ডৱসকুল।
সাক্ষাতে দেখিয়ো আজি মোৰ বাহুবল ॥ ২৭০৫২
ৰাজাসকলৰ নীতি কহিছে শাস্ত্ৰত।
নকৰিব নৃপে যুদ্ধ প্ৰথম কালত ॥
সিকাৰণে নকৰিলোঁ যুদ্ধ প্ৰথমৰ।
পাইলো পৰাভৱ অল্প বল পাণ্ডৱৰ ॥ ২৭০৫৩
আপুনি কৰিবো আজি দুৰ্ঘোৰ সমৰ।
শুজিবো সকলে ঋণ বান্ধৱ কৰ্ণৰ ॥
ভীষ্ম গুৰুদ্ৰোণ বধিবাৰ ঋণ সাৰো।
আপুনাৰ হৃদয়ৰ শল্যক উদ্ধাৰো ॥ ২৭০৫৪
বাহুবলে বধিবো সকলে পাণ্ডৱক।
যেনমতে পূৰ্ব্বে ৰামচন্দ্ৰে ৰাক্ষসক ॥
মোৰ অৰ্থে প্ৰাণ তেজিলেক ৰাজাগণ।
তাসম্বাৰ উপকাৰ কৰিয়া স্মৰণ ॥ ২৭০৫৫
অল্পৰাজ্য সুখভোগ নাহি আক ইচ্ছা।
সাৰ্ব্বভৌম পদক দেখোহো মই মিছা ॥
যুঁজিবোহো পাণ্ডৱক বুলিলোঁ নিশ্চয়।
ধৃতৰাষ্ট্ৰ নৃপতিত বদতি সঞ্জয় ॥ ২৭০৫৬

এহিমতে দুৰ্য্যোধনে কৰিলা কথন।
তাক শুনি প্ৰশংসা কৰিলা বীৰগণ ॥
তেজিলেক অনুশোচ ৰণ পৰাজয়।
পুনৰ্ব্বাৰ কৰিলেক যুদ্ধক নিশ্চয় ॥ ২৭০৫৭
নিজ বাহিনীক সবে কৰিয়া আশ্বাস।
অন্তৰীক্ষে গৈলা হিমৱন্ত গিৰিপাশ ॥
পুণ্যৱতী সৰস্বতী যথাত আছয়।
সমস্তে কৌৰৱগণে তাঙ্ক দেখিলয় ॥ ২৭০৫৮
নিৰন্তৰে ৰথহন্তে নামিল জলত।
স্নান-পান কৰি পাইলা সন্তোষ মনত ॥
পুনৰপি আসি কুৰুক্ষেত্ৰে উপস্থিত।
কৰিলেক কালে সবাহাৰে মুগ্ধ চিত ॥ ২৭০৫৯
সঞ্জয় বদতি শুনিয়োক কুৰুপতি।
পাচে শল্য চিত্ৰসেন শকুনি কুমতি ॥
অশ্বত্থামা কৃপ কৃতবৰ্ম্মা ভোজৰাজ।
জয়সেন আদি আনো নৃপতি সমাজ ॥ ২৭০৬০
কৰ্ণৰ মৰণে কাৰো সুখ শান্তি নাই।
সম্বুধি বুলিলা পাচে নৃপতিক চাই ॥
শুনিয়োক নৃপবৰ আমাৰ বচন।
সুহৃদসবাক যিটো কৰিব ৰক্ষণ ॥ ২৭০৬১
সমৰত শত্ৰু জিনি লভিব জয়তি।
হেন সেনাপতি কৰিয়োক মহামতি ॥

মদ্ৰ অধিপতি শল্য ৰজাক সেনাপতি পদত নিযুক্ত

হেন শুনি মনে গুণি ৰাজা দুৰ্য্যোধন।
গুৰু তনয়ক পাচে বুলিলা বচন ॥ ২৭০৬২
যাৰ সম বীৰ আৰো নাহি ত্ৰিভুৱনে।
মহাবলৱন্ত যম সম ঘোৰ ৰণে ॥
শিৰ ছত্ৰাকৃতি কম্বু-কণ্ঠ মনোহৰ।
আজানুলম্বিত বাহু পুষ্ট কচিকৰ ॥ ২৭০৬৩

কমললোচন মুখ মধুৰ বচন।
বেগত ৰণত যেন গৰুড় পৱন ॥
ব্যাঘ্ৰৰ সদৃশ মুখ দেখি ভয়ঙ্কৰ।
নিষ্ঠুৰ আবাৰ যেন হৰৰ বৃষৰ ॥ ২৭০৬৪
প্ৰতাপে আদিত্য যেন বুদ্ধিত ভাৰ্গৱ।
ধনুৰ্দ্ধৰ যেন ৰঘুবংশত ৰাঘৱ ॥
ৰূপে গুণে কান্তি শশধৰ সমসৰ।
উৰু কৰী-কৰ চাৰু জঙ্ঘা মনোহৰ ॥ ২৭০৬৫
সমস্ত শাস্ত্ৰক জানে বেদত পাৰ্গত।
মনত বিচাৰি বিধি পাইলা গুণ যত ॥
পৰম যতনে কৰি সব এক থান।
অশ্বত্থামা শৰীৰত কৰিলা নিৰ্ম্মাণ ॥ ২৭০৬৬
হেনয় দ্ৰৌণীক'পাচে ৰাজা দুৰ্য্যোধন।
কৰযোৰ কৰি হেন বুলিলা বচন ॥
কৌৰৱ দলত আৰ তুমি ব্যতিৰেক।
পাণ্ডৱ কালৰ হস্তে কোনে ৰাখিবেক ॥ ২৭০৬৭
এতেকে আমাৰ তুমি হুয়ো সেনাপতি।
তোমাৰ বাহুৰ বিনে নাহি আন গতি ॥
হেন শুনি অশ্বত্থামা বুলিলন্ত পাচে।
মহাবলৱন্ত যশৱন্ত শল্য আছে ॥ ২৭০৬৮
যাৰ সম বলৱন্ত নাই পৃথিৱীত।
পৰম শ্ৰীমন্ত অস্ত্ৰ-শস্ত্ৰত পণ্ডিত ॥
ভগিনীৰ পুত্ৰগণ ত্যজি আপুনাৰ।
আসিল তোমাৰ পাশ স্মৰি উপকাৰ ॥ ২৭০৬৯
এতেকে শল্যক কৰিয়োক সেনাপতি।
তেৱে সুখে শত্ৰু জিনি লভিবা জয়তি ॥
হেন শুনি দুৰ্য্যোধনে ৰথৰ নামিয়া।
কৰযোৰ কৰিলেক ভূমিত পৰিয়া ॥ ২৭০৭০
মদ্ৰ-অধিপতি শল্য ৰথত আছন্ত।
সম্বুধিয়া তাক পাচে মধুৰ ভাষন্ত ॥

শুনিয়ো মাতুল তুমি বচন আমাৰ।
ইটো আপদত তুমি কৰিয়ো উদ্ধাৰ ॥ ২৭০৭১
আপদ কালত মিত্ৰৰতি তাঁক জানি।
তুমি পুনু মিত্ৰত বৎসল মহামানী ॥
এতেকে আমাৰ ৰাজা হুয়ো সেনাপতি।
আকুল হুইবেক দেখি পাণ্ডৱৰ মতি ॥ ২৭০৭২
পাঞ্চালগণেও যুদ্ধ উদ্যম এৰোক।
তোমাৰ নিৰ্ম্মল কীৰ্ত্তি জগতে ৰহোক ॥
কৰিলে দেৱক ৰক্ষা কাৰ্ত্তিক পূৰ্ব্বত।
আমাকো ৰাখাহা তুমি আজি সেহিমত ॥ ২৭০৭৩
শুনি শল্য হাসি হেন বুলিলা বচন।
ত্যজিছোঁ তোমাৰ অৰ্থে ধন-প্ৰাণ-জন ॥
এতেকে বুলিবে মোক নলাগয় আৰ।
অৱশ্যে সাধিবো কাৰ্য্য নৃপতি তোমাৰ ॥ ২৭০৭৪
যাক মহাযোদ্ধা বুলি জগতে কহয়।
একেলগে থাকি যুঁজে কৃষ্ণ ধনঞ্জয় ॥
নুহি দুই বীৰ মোক সমৰে সমান।
পাঞ্চাল সোমকগণ সব কোন আন ॥ ২৭০৭৫
দেৱ দৈত্য নাগ পৃথিৱীৰ ৰাজাগণ।
সমস্তে আসিয়া যদি মোক দেয় ৰণ ॥
তথাপি সবাকো জিনিবোহো সমৰত।
নাহি ভয় ইটো অল্প বলী পাণ্ডৱত ॥ ২৭০৭৬
হৈবো সেনাপতি মই কহিলোঁ নিশ্চয়।
ৰাখিবো শত্ৰুত হন্তে নাহিকে সংশয় ॥
মহাবলৱন্ত শল্য ৰাজা মদ্ৰপতি।
এতেক বুলিয়া মৌনে ৰৈলা মহামতি ॥ ২৭০৭৭
পাছে দুৰ্য্যোধন ৰাজাগণ সমন্বিত।
অভিষেক কৰিলেক শাস্ত্ৰৰ বিহিত ॥
সেনাপতি ভৈলা যেৱে মদ্ৰৰ ঈশ্বৰ।
কৰিলেক সিংহনাদ কৌৰৱে বিস্তৰ ॥ ২৭০৭৮

বাৰে বাদ্য ভগু দণ্ড উপৰক তুলি।
কৰে সাধুবাদ চিৰঞ্জীৱ ৰাজা বুলি ॥
শক্ৰক জিনিয়া হুয়ো ৰণত বিজয়।
কৰিয়োক দূত ৰণে সোমক সৃঞ্জয় ॥ ২৭০৭৯
তযু বাহুবল প্ৰসাদে ৰাজা দুৰ্য্যোধন।
সসাগৰা পৃথিৱীক কৰোক শাসন ॥
একেশ্বৰে জিনিবাক পাৰা ত্ৰিভুবন।
এতেকে তোমাৰ সম নোহে পাণ্ডুগণ ॥ ২৭০৮০
এহিমতে স্তুতি আন কৰিলী বিস্তৰ।
মনত আনন্দে পাচে মদ্ৰ নৰেশ্বৰ ॥
অশ্বত্থামা কৃপ কৃতবৰ্ম্মা দুৰ্য্যোধন।
সবাকো সম্মুখি হেন বুলিলা বচন ॥ ২৭০৮১
শত্ৰু মিত্ৰে উদাসীন আছে যত লোক।
সংগ্ৰামত আজি মোৰ বিক্ৰম দেখোক ॥
দ্ৰৌপদীৰ পুত্ৰগণ সাত্যকি মাধৱ।
ছেদিবো সোমকগণ পাঞ্চাল পাণ্ডৱ ॥ ২৭০৮২
ধৃষ্টদ্যুম্ন শিখণ্ডী ভদ্ৰক নৰেশ্বৰ।
আনো মহাৰথীগণ বীৰ নিৰন্তৰ ॥
ধনুৰ মহত বল লাঘৱ হস্তৰ।
সাক্ষাতে দেখোক বীৰ্য্য আমাৰ অস্ত্ৰৰ ॥ ২৭০৮৩
মিত্ৰক সন্তুষ্ট যেনমতে কৰোঁ ৰণে।
আমাৰ মহিমা দেখন্তোক পাণ্ডুগণে ॥
মোহোৰ ধনুৰ শুনি আটোপ টঙ্কাৰ।
মনত আলোচি আপুনাৰ প্ৰতিকাৰ ॥ ২৭০৮৪
পলাইব পাণ্ডৱ সেনাগণ মহাত্ৰাসে।
ভীষ্ম গুৰু দ্ৰোণ সূৰ্য্যপুত্ৰৰ বিনাশে ॥
দেখিয়ো বিক্ৰম আজি সমৰে আমাৰ।
সাধিবো সকল প্ৰীতি নৃপতি তোমাৰ ॥ ২৭০৮৫
অৱশ্যে বধিবো আজি সব পাণ্ডৱক।
যদি মৰোঁ তেৱে যাইবো উত্তম স্বৰ্গক ॥
পৌৰুষ বচন হেন শল্য মুখে শুনি।
কৰে কোলাকুলি সেনাগণে মনে গুণি ॥ ২৭০৮৬
পলাইব অৱশ্যে পাণ্ডৱৰ সেনাচয়।
আমাৰ মনৰ আৰে গুচিল সংশয় ॥
শল্যৰ হাতত যত কুন্তীৰ তনয়।
মানিলেক মনে এবে গৈল যমালয় ॥ ২৭০৮৭
পৰম হৰিষে কুৰুসবে পাইল বল।
কৰ্ণক মৰণ দুখ খণ্ডিল সকল ॥
পাচে সবে ৰজনীত সুখে নিদ্ৰা গৈল।
শুনা পাণ্ডৱৰ তথা যেন কথা ভৈল ॥ ২৭০৮৮
কুৰুগণে অভিষেক শল্যৰ কৰিল।
চৰমুখে যুধিষ্ঠিৰে সকলো শুনিল ॥
পাচে মাধৱত ৰাজা নিবেদিল কাজ।
কৌৰৱৰ সেনাপতি ভৈল মদ্ৰৰাজ ॥ ২৭০৮৯
হেন জানি যেন যুৱায় চিন্তিয়ো উপায়।
তুমি বিনে বান্ধৱ আমাৰ আন নাই ॥
তোমাৰ চৰণ চিন্তি থাকো ৰাতিদিনে।
পাণ্ডৱক ৰাখন্তা নাহিকে তুমি বিনে ॥ ২৭০৯০
তযু আজ্ঞা শিৰে ধৰি কৰো সবে কাজ।
এতেক বুলিয়া ৰহিলন্ত ধৰ্ম্মৰাজ ॥
হেন শুনি নৃপতিত মাধৱ কহন্ত।
মই জানো শল্য ৰাজা যেন বলৱন্ত ॥ ২৭০৯১
ক্ষত্ৰিয়ৰ যত গুণ আছয় সমস্ত।
পৰম বিক্ৰমী ধনুৰ্দ্ধৰ লঘুহস্ত ॥
ভীষ্ম পিতামহ যেন দুৰ্ঘোৰ ৰণত।
দ্ৰোণ সেনাপতি বীৰ কৰ্ণ যেনমত ॥ ২৭০৯২
মদ্ৰ সেনাপতি ইটো তাসম্বাৰ সম।
মোহোৰ মনত শল্য সবাতো উত্তম ॥
শিখণ্ডী সাত্যকি ভীমসেন ধনঞ্জয়।
ধৃষ্টদ্যুম্ন আদি আন মহাৰথীচয় ॥ ২৭০৯৩

শল্যক সমান বীৰ নাহিকে যুদ্ধত।
বিচাৰি চাহিঁলো ৰাজা চিন্তিয়া মনত ॥
সিংহৰ বিক্ৰম যেন মত্ত গজৰাজ।
পৰম নিৰ্ভয়ে ভ্ৰমে সংগ্ৰামৰ মাজ ॥ ২৭০৯৪
অন্তকালে যমে যেন প্ৰজা সংহৰয়।
সেহিমতে শল্যে সেনা কৰয় প্ৰলয় ॥
তাহান সম্মুখ হুয়া কৰিবেক ৰণ।
নিশ্চয়ে জানিবা নাহি দেৱৰ ভুবন ॥ ২৭০৯৫
দিনে দিনে সেনাৰ মধ্যত মদ্ৰপতি।
কৰে পৰাভৱ ঘোৰ সমৰে সম্প্ৰতি ॥
এতেকে আপুনি আজি কৰিয়ো সংগ্ৰাম।
তাহাঙ্ক জিনিলে সিদ্ধি হৈব সবে কাম ॥ ২৭০৯৬
শল্য হন্তে হয় যত যত কুৰুগণ।
মদ্ৰৰাজ জীৱনত জায়ে দুৰ্য্যোধন ॥
জানিয়া যতনে বধিয়োক নৃপবৰ।
নমুচিক যেনমতে পূৰ্ব্বে পুৰন্দৰ ॥ ২৭০৯৭
মামা বুলি দয়া নকৰিবা কদাচিত।
ক্ষত্ৰিয়-ধৰ্ম্মত ৰাজা বধিয়ো ত্বৰিত ॥
ভীষ্ম পিতামহ দ্ৰোণ কৰ্ণ-সাগৰক।
লীলায়ে তৰিলা তাক যেন গোখোজক ॥ ২৭০৯৮
এবে শল্য-সমুদ্ৰত তুমি মহাবল।
সাগৰে সহিতে পৰি নযাইবাহা তল ॥
পাণ্ডৱৰ প্ৰাৱল্য ৰণত যত যত।
সমস্তে দেখাইবা আজি ঘোৰ সমৰত ॥ ২৭০৯৯
বধিয়ো সমৰে মদ্ৰপতি মহাবলী।
এহি বুলি নিজ মন্দিৰক গৈলা চলি ॥
পাণ্ডুগণে স্তুতি-নতি কৰিল অশেষ।
পুঞ্জমান* হুয়া তথা ৰৈলা হৃষীকেশ ॥ ২৭১০০

কৃষ্ণৰ আদেশ হেন শুনি ধৰ্ম্মৰাজ।
ভ্ৰাতৃগণ আদি আনো নৃপতি সমাজ ॥
সভাক তেজিয়া গৈল আপুন ভৱন।
নিৰ্ভয়ে কুঞ্জৰ যেন কৰিলা শয়ন ॥ ২৭১০১
পাণ্ডৱ পাঞ্চাল আদি আনো ধনুৰ্দ্ধৰ।
সবে সুখে নিদ্ৰা গৈল মৰণে কৰ্ণৰ ॥
মহাশক্ৰ হন্তে পাণ্ডৱৰ সেনাগণ।
আনন্দে ৰজনী সিটো কৰিল শয়ন ॥ ২৭১০২

### শল্য নৃপতিক আগত লৈ ৰথী-মহাৰথীসকলৰ শপত গ্ৰহণ আৰু যুদ্ধযাত্ৰা

সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
ৰজনীৰ অৱশেষে উদিত ভাস্কৰ।
দুৰ্য্যোধন নৃপতিৰ আদেশ শুনিয়া।
বুলিলা বচন ৰথীসমস্তক চায়া ॥ ২৭১০৩
শুনা বীৰগণ সবে বচন আমাৰ।
কৱচ পিন্ধিয়া ৰথ সাজি আপুনাৰ ॥
শীঘ্ৰ কৰি লৈয়া সবে যুদ্ধৰ সম্ভাৰ।
সমৰ ভূমিক লাগি চলিয়ো ইবাৰ ॥ ২৭১০৪
নৃপতিৰ আদেশ শুনিয়া বীৰগণ।
সাজিল ত্বৰিতে পিন্ধি কৱচ কঙ্কণ ॥
হয় হস্তী ৰথক কৰিয়া সালঙ্কৃত।
অস্ত্ৰ শস্ত্ৰ কৰি ধাইল শত্ৰুক ত্বৰিত ॥ ২৭১০৫
নানা বাদ্য ভণ্ড বেঢ়ি বাৰে অসংখ্যাত।
দুন্দুভিৰ দমদমি সুশুনিয় মাত ॥
সেনাৰ আন্দোলন ৰোল উঠিল স্বৰ্গত।
সাগৰৰ উৰ্ম্মি যেন পূৰ্ণিমা দিনত ॥ ২৭১০৬
পলাইবাৰ ইচ্ছা নাই কাহাৰো মনত।
নিশ্চয় কৰিল সবে মৰণ ৰণত ॥
শল্য সেনাপতি সমৰত উপস্থিত।
প্ৰচণ্ড আদিত্য যেন আসিয়া উদিত ॥ ২৭১০৭

* পুঞ্জমান—পুঞ্জীভূত ( দলবদ্ধ )।

ঠাই ঠাই সেনাগণ দিল ভাগে ভাগে।
মুখ্য মুখ্য বীৰগণ যাক যৈতে লাগে ॥
তোমাৰ তনয়গণ আসিল সকল।
কৃপ কৃতবৰ্ম্মা অশ্বত্থামা মহাবল ॥ ২৭১০৮
শকুনি প্ৰমুখ্যে আনো যত ৰাজাগণ।
একথান হুয়া কৰিলেক আলোচন ॥
শুনিয়ো বচন ক্ষত্ৰগণ নিৰন্তৰ।
নকৰিবা পাণ্ডৱক ৰণ একেশ্বৰ ॥ ২৭১০৯
তথাপিতো যিটোজনে কৰয় সমৰ।
যদি পলাই যায় যেবে প্ৰাণৰ কাতৰ ॥
গো-বধ ব্ৰহ্ম-বধ অগম্যা গমন।
কৰে ব্ৰাহ্মণৰ যিটো সুবৰ্ণ-হৰণ ॥ ২৭১১০
আনো উপপাপগণ আছে যত যত।
পৰিবেক পৰলোকে ঘোৰ নৰকত ॥
সবাকো সবেয়ো ৰাখিবাহা সমৰত।
এহিমতে ৰথাগণে কৰিয়া শপত ॥ ২৭১১১
শল্য নৃপতিক আগ কৰি সমদলে।
খেদি গৈল পাণ্ডৱগণক কুৰুবলে ॥
ধৃতৰাষ্ট্ৰ নৃপতি পুছয় সঞ্জয়ত।
ভীষ্ম দ্ৰোণ কৰ্ণ হত ঘোৰ সমৰত ॥ ২৭১১২
তযু মুখে তাক শুনিলোঁহো নিৰন্তৰ।
কহিয়োক কেনমতে শল্য নৃপবৰ ॥
কহিয়োক যুদ্ধ যেন সংগ্ৰামৰ মাজে।
কোন বা প্ৰকাৰে বধিলন্ত ধৰ্ম্মৰাজে ॥ ২৭১১৩
মহাবলৱন্ত ভীমসেন কেনমত।
দুৰ্য্যোধন নৃপতিক কৰিলেক হত ॥
সাৰশেষে ইটো কথা কহিয়ো সঞ্জয়।
হেন শুনি বোলন্ত শুনিয়ো মহাশয় ॥ ২৭১১৪
হয় হস্তী মনুষ্য লোকৰ মহাক্ষয়।
যেনমতে কৌৰৱৰ ভৈল পৰাজয় ॥
সমস্ত কহিবো শুনিয়োক একমনে।
কৰিলেক কৰ্ম্ম যেনমতে দুৰ্য্যোধনে ॥ ২৭১১৫
বলৱন্ত আশা ইটো জানিবা নৃপতি।
ভীষ্ম পিতামহ দ্ৰোণ কৰ্ণ মহামতি ॥
সবেয়ো সমৰে মৰি গৈল যমালয়।
তথাপিতো মন্দমতি তোমাৰ তনয় ॥ ২৭১১৬
বধিবেক শল্যে পাণ্ডৱক সমৰত।
হেন আশা দুৰ্য্যোধনে কৰিয়া মনত ॥
মদ্ৰ নৃপতিক বহুবিধ মান্য কৰি।
চলিলেক বীৰগণে চৌদিশে আৱৰি ॥ ২৭১১৭
তযু বীৰগণ আনো ৰথী অপৰ্য্যন্ত।
নিৰ্ভয়ে চলন্ত শল্য হুয়া নাথৱন্ত ॥
কৰ্ণ হতে সিংহনাদ পাণ্ডৱে কৰিল।
সিবেলাত মহাভয় কৌৰৱে লভিল ॥ ২৭১১৮
শল্যৰ আশ্বাসে দূৰ ভৈল সিটো ভয়।
পাণ্ডৱক খেদি ক্ৰোধে গৈল ৰথীচয় ॥
সমৰত সুনিপুণ চাৰি গোট ঘোড়া।
উচ্চৈঃশ্ৰবা সমান পৱন নোহে জোৰ ॥ ২৭১১৯
হেন ঘোটকৰ সাজিলেক ৰথ বৰ।
দেৱ দিব্য যান সিটো শুদ্ধ সুবৰ্ণৰ ॥
চৰিয়া নৃপতি হেন ৰথৰ উপৰ।
প্ৰকাশ কৰিলা যেন দ্যুতি দিবাকৰ ॥ ২৭১২০
সুবৰ্ণ মণ্ডিত ধনুখান ধৰি কৰে।
বাৰম্বাৰ ফুৰায় বীৰ ৰথৰ উপৰে ॥
ৰথীগণ মধ্যে ৰাজা কৰিয়া প্ৰকাশ।
তোমাৰ পুত্ৰৰ ভয় কৰিয়া বিনাশ ॥ ২৭১২১
পাণ্ডৱৰ সম্মুখে ৰহিলা নৃপবৰ।
মহাব্যূহখান বিৰচিলা কষ্টকৰ ॥
কৰ্ণ-পুত্ৰ চিত্ৰসেন শুসেন প্ৰমুখ্যে।
আপুনি ৰহিলা মদ্ৰসেন ব্যূহমুখে ॥ ২৭১২২

বহিলন্ত কৃতবৰ্ম্মা বেহুৰ বামত ।
ত্রিগর্ত্তৰ বীৰগণ তাহাৰ লগত ॥
ডাহিনে ৰহিলা কৃপ গৌতমীতনয় ।
অপৰ যবনগণ পৰম দুর্জ্জয় ॥ ২৭১২৩
বেহুৰ পাচত অশ্বত্থামা ৰহিলন্ত ।
তান লগে কাম্বোজৰ সেনা অপৰ্য্যন্ত ॥
কুৰুবীৰগণ আৰো কপট শকুনি ।
বেহুমধ্যে দুৰ্য্যোধন ৰহিলা আপুনি ॥ ২৭১২৪
এহিমতে থানে থানে থৈলা বীৰচয় ।
ৰহিলন্ত শল্যৰাজ পৰম নির্ভয় ॥
পাণ্ডৱে দেখিল হেনমত চমৎকাৰ ।
আনন্দিতে বেহুখান নির্ম্মি আপুনাৰ ॥ ২৭১২৫
বীৰগণে খলিবাটি লৈয়া ভাগে ভাগে ।
কৌৰৱক খেদিয়া গৈলন্ত মহাৰাগে ॥
সাত্যকি শিখণ্ডী ধৃষ্টদ্যুম্ন সেনাপতি ।
ধৰ্ম্মৰ তনয় যুধিষ্ঠিৰ মহামতি ॥ ২৭১২৬
হয় হস্তী ৰথ সেনাগণ সমন্বিত ।
সৈন্যক সমুখে খেদি গৈলন্ত ত্বৰিত ॥
ত্রিগর্ত্তৰ সমে যৈত হার্দ্দিক আছন্ত ।
তাহাঙ্ক অৰ্জ্জুনে ৰণে খেদিয়া গৈলন্ত ॥ ২৭১২৭
কৃপক সমুখে খেদি গৈল বৃকোদৰ ।
গৈলন্ত তাহান লগে সোমক অপৰ ॥
সহদেৱ নকুল যৱণ্ডা দুই বীৰ ।
খেদি গৈল সম্মুখে উলুক শকুনিৰ ॥ ২৭১২৮
হেন দেখি কোপে খেদি গৈল কুৰুগণ ।
উভয় দলৰ মাজে ভৈল ঘোৰ ৰণ ॥
ধৃতৰাষ্ট্র নৃপতি পুছন্ত সঞ্জয়ত ।
ভীষ্ম কৰ্ণ গুৰু দ্রোণ হত সমৰত ॥ ২৭১২৯
তেবে অৱশেষ ৰৈল কত সেনাচয় ।
কুৰু পাণ্ডৱৰ তাক কহিয়ো সঞ্জয় ॥
হেন শুনি বোলন্ত শুনিয়ো নৃপবৰ ।
দিয়ো লেখা যত শেষ ৰৈল উভয়ৰ ॥ ২৭১৩০
এঘাৰ হাজাৰ পূর্ণ আছে তয়ু ৰথ ।
অযুতেক হস্তী আউৰাধিক সাতশত ॥
দুইলক্ষ তুৰঙ্গম আছয় বিশেষ ।
তিনি কোটি পদাতি ৰহিছে অৱশেষ ॥ ২৭১৩১
আমাৰ এতেক বল আছিল সম্প্রতি ।
দিয়ো পাণ্ডৱৰ লেখা শুনা মহামতি ॥
ৰথ ছয় হাজাৰ অযুত আছে হয় ।
যাঠিশত মদমত্ত কুঞ্জৰ আছয় ॥ ২৭১৩২
একেকোটি পদাতি কটক আছে আৰ ।
পৰম দুৰ্ম্মদ সমৰত অনিৰ্ব্বাৰ ॥
কহিলোঁহো কৌৰৱৰ পাণ্ডৱৰ বল ।
হয় হস্তী ৰথ যত পদাতি সকল ॥ ২৭১৩৩
আপুনাৰ জয় ইচ্ছা কৰি দুয়োদলে ।
আটোপ টঙ্কাৰে সবে সমৰক চলে ॥
পাচে ঘোৰতৰ যুদ্ধ ভৈল ভয়ঙ্কৰ ।
শল্যৰ সৈন্যৰ আৰো পাঞ্চাল বর্গৰ ॥ ২৭১৩৪
শুনা সভাসদ সাধু জন নিৰন্তৰ ।
শল্য-পর্ব্ব-কথা পদবন্ধ ভাৰতৰ ॥
যাহাৰ স্মৰণে সিদ্ধি হোৱে মনকাম ।
কহে দামোদৰ দাসে বোলা ৰাম ৰাম ॥ ২৭১৩৫

---

দুলড়ী

সঞ্জয় বদতি শুনিয়ো নৃপতি
যেন কথা আত পৰ ।
সৃঞ্জয়গণৰ কুৰুসকলৰ
লাগিল ঘোৰ সমৰ ॥

মদমত্ত হস্তী ভাঙ্গে কত ৰথ
পদাতিগণ সংহৰে।
কতো ৰথে আসি মাৰে কুঞ্জৰক *
ঘোৰ আৰ্ত্তনাদ কৰে ॥ ২৭১৩৬
দাৰুণ প্ৰহাৰে পলায় কত ৰথা
কতো কতো খেদি যায়।
যাক যৈত পাৱে মাৰে তাক তৈত
অন্যো অন্যে ছিদ্ৰ চাই ॥
ধনুৰ্কীসকলে ধৰি ধনু-শৰ
ৰথীক বেঢ়িয়া হানে।
খড়্গ শক্তি শূল ধৰিয়া ৰথীয়ে
পদাতিক মাৰে প্ৰাণে ॥ ২৭১৩৭
হস্তীয়ে হস্তীক দন্ত ভিড়ি মাৰে
কতো দেখি দেয় ভঙ্গ।
কতো অশ্বচয় সম্মুখে যুঁজয়
চৰণে কতো তুৰঙ্গ ॥
হস্তীসকলৰ নাদ ভয়ঙ্কৰ
ৰথৰ বৰ ঘঞ্চাল। †
সহস্ৰ সংখ্যাত অশ্বৰ শবদে
কৰ্ণত মাৰয় তাল ॥ ২৭১৩৮
পদাতি পাইকৰ ৰথীসকলৰ
সিংহনাদ শঙ্খধ্বনি।
দুন্দুভি মৃদঙ্গ নানা শব্দত
ফাটয় যেন ধৰণী ॥
সুবৰ্ণে ৰচিত ধনু বিপৰীত
চিকিমিকি কৰে কান্তি।
অস্ত্ৰ শস্ত্ৰচয় প্ৰকাশ কৰয়
কৱচ কৰয় জ্যোতি ॥ ২৭১৩৯

বতাস লাগিয়া পকা তালফল
সৰি পৰে যেন তলে।
সেহিমতে বীৰ সকলৰ শিৰ
ধৰণী উপৰে জ্বলে ॥
শিৰ সমস্তয় পৰিয়া আছয়
শোণিত আতি তিমিত।
সুবৰ্ণৰ পদ্ম গণ যেনমত
প্ৰকাশ কৰে ভূমিত ॥ ২৭১৪০
কেয়ূৰ কঙ্কণ ৰঞ্জিত চন্দনে
পৰি আছে ভুজচয়।
ইন্দ্ৰধ্বজ যেন পৰিয়া ভূমিত
প্ৰকাশ আতি কৰয় ॥
ছিন্ন উৰুচয় তথাতে আছয়
হস্তী শুণ্ড সমসৰ।
ৰাজাসকলৰ দণ্ড ছত্ৰচয়
প্ৰকাশে শুক্ল চামৰ ॥ ২৭১৪১
মহা ভয়ঙ্কৰ কবন্ধ বিস্তৰ
উঠিল ৰণ-ভূমিত।
পৱন সঞ্চাৰে মেলি দুই বাহু
খেদিয়া যায় ত্বৰিত ॥
হেন ভয়ে ভীত সমৰ ভূমিত
নিৰ্ভয় বীৰ সমস্ত।
শত্ৰুক সম্মুখে খেদি যায় ক্ৰোধে
ধৰি নানা অস্ত্ৰ শস্ত্ৰ ॥ ২৭১৪২
যেন অৰণ্যত ফুলিল পলাশ
ৰুধিৰে অঙ্গ শোভয়।
দাৰুণ প্ৰহাৰে মদমত্ত নাগ-
গণৰ কৰে প্ৰলয় ॥
প্ৰচণ্ড বতাসে খণ্ড খণ্ড যেন
আকাশে মেঘ কৰিল।

* কুঞ্জৰ—হাতী।
† ঘঞ্চাল—যাতায়াত।

সেহিমতে হস্তী- গণ নিৰন্তৰ
সমৰে মৰি পৰিল ॥ ২৭১৪৩
সমৰ ভূমিত আতি বিপৰীত
শোণিতে নদী বহয় ।
ধ্বজগণ যত বৃক্ষ যেনমত
পৰিয়া তাত উৰয় ॥
খোলা যেন যাৰ নানা অলঙ্কাৰ
শোণিতত দেয় পাক ।
বাহু শিৰচয় যেন জলজন্তু
শোভে কিম্বা চক্ৰবাক ॥ ২৭১৪৪
বৰ বৰ হস্তী পৰ্ব্বতৰ শৃঙ্গ
ঘোঁৰাসব তাৰ শিল ।
শৰীৰ যে মাংস মজ্জায়ে কৰ্দ্দম
বদন পদ্ম ফুলিল ॥
নদী বেগ ধৰে ধনু ভৈল তাৰ
পতাকা তৰু উত্তম ।
শুক্ল ছত্ৰচয় তাতেসে উটয়
হংসগণ চক্ৰ সম ॥ ২৭১৪৫
হেন ভয়ঙ্কৰ কুৰু পাণ্ডৱৰ
মধ্যত নদী বহয় ।
বীৰৰ হৰিষ ভয়াতুৰ দেখি
পৰম ভয় লভয় ॥
ভেকৰ সবাৰ নৌকা ভৈল তাৰ
গদাগণ মত্তোৱাৰ ।
অসংখ্যাত বীৰ- গণ সেহি নদী
চলিল স্বৰ্গৰ দ্বাৰ ॥ ২৭১৪৬
হুলস্থুল ৰণ কৰে বীৰগণ
মৰ্য্যাদা সবে লঙ্ঘিল ।
দেৱাসুৰগণ পূৰ্ব্বত যেমন
দুৰ্ঘোৰ ৰণ কৰিল ॥

সেনাসকলৰ যুদ্ধ ভয়ঙ্কৰ
কৰিলোঁ আৰু কথন ।
শুনা আতপৰে বীৰসকলৰ
যেনমত ভৈল ৰণ ॥ ২৭১৪৭
গাণ্ডীৱ ধনুক ধৰি ধনঞ্জয়
খেদি গৈলা বেহু বামে ।
অসংখ্যাত হয় হস্তি ৰথীচয়
বধিলা বীৰে সংগ্ৰামে ॥
বীৰ ভীমসেনে বেহুৰ দক্ষিণে.
সেনাৰ মধ্যে প্ৰৱেশ ।
যম যেনমত কৌৰৱ দলত
কৰিলা হত আশেষ ॥ ২৭১৪৮
শত্ৰু সমস্তক কৰি পৰাভৱ
ভীমসেন ধনঞ্জয় ।
ঘোৰ সিংহনাদ শঙ্খৰ সংবাদ
কৰিলা আতি দুৰ্জ্জয় ॥
ডাহিন বামত শুনি হেনমত
সিংহনাদ বিপৰীত ।
ধৰ্ম্মৰাজ আগ কৰি ধৃষ্টদ্যুম্ন
খেদিয়া গৈলা ত্বৰিত ॥ ২৭১৪৯
পৰম আশ্চৰ্য্য দেখিলোঁ সিবেলা
সিটো ঘোৰ সমৰত ।
মদ্ৰ নৃপতিৰ সহিতে সংগ্ৰাম
কৰিলেক যেনমত ॥
মাদ্ৰীৰ কুমাৰ তোমাৰ সেনাৰ
মাজত যেন প্ৰৱেশ ।
কৰে ধনুশৰ ধৰি দুই বীৰ
মাৰিলা সেনা আশেষ ॥ ২৭১৫০
ৰাজা দুৰ্য্যোধন আনো বীৰগণ
চাহি আছে বিদ্যমান ।

ৰাক্ষসক যেন বাঘৰে বধিলা
মাৰিয়া গন্ধৰ্ব্ব বাণ ॥
সেহিমতে পাণ্ডু তনয়ে তোমাৰ
সেনাক কৰে দলন।
হাহাকাৰ কৰি পলায় মহাভয়ে
দশো দিশে সেনাগণ ॥ ২৭১৫১
ৰহ ৰহ বুলি খেদি যায় ক্রোধে
মহাবেগে ৰথে চৰি।
পিতা পুত্র ভাই কাহাকো নচাই
পলায় মাত্র ডৰডৰি ॥
আপুনাৰ প্রাণ কৰিবাক ত্রাণ
চাৰে মাত্র বীৰচয়।
বান্ধৱসবক ৰথ কুঞ্জৰক
ত্যজিল উত্তম হয় ॥ ২৭১৫২
পাচে মদ্রপতি হেন বিসঙ্গতি
দেখিয়া নিজ দলৰ।
কৰে ধনু ধৰি মনে কোপ কৰি
বুলিলা হেন উত্তৰ ॥
মোৰ বিদ্যমানে দেখাহা সাৰথি
সেনাৰ বিপত্তি কেন।
মহা ঘোৰ ৰণে সিংহ দৰশনে
পলায় হস্তীযূথ যেন ॥ ২৭১৫৩
এতেকে আমাৰ ডাক ৰথখান
পাণ্ডৱ দলৰ মাজ।
হেৰ দেখ ৰথ উপৰে আছয়
যুধিষ্ঠিৰ ধৰ্ম্মৰাজ ॥
পূর্ণচন্দ্র যেন ছত্রক ধৰিছে
মাথাৰ উপৰে তুলি।
মোহোৰ বীৰত্ব দেখোক পাণ্ডৱে
সবাকে নাশোঁ সমূলি ॥ ২৭১৫৪

কুন্তীপুত্রচয় ভীম ধনঞ্জয়
যুধিষ্ঠিৰ নৃপবৰ।
সাত্যকি প্রমুখ্যে আনো বীৰগণ
শুহি মোক সমসৰ ॥
ৰাজাৰ আদেশ শুনিয়া সাৰথি
ডাকিলেক ৰথবৰ।
যুধিষ্ঠিৰ ৰাজা যথাত আছন্ত
মহাবল পাণ্ডৱৰ ॥ ২৭১৫৫
কৌৰৱক দেখি আসন্তে আছয়
বীৰগণ পাণ্ডৱৰ।
পাৰ পাই যেন থমকি ৰহিল
মহাজল সাগৰৰ ॥
সেহিমতে ৰথী- গণ ৰহিলেক
মদ্র নৃপতিক পাই।
তাসম্বাৰ আগে শল্য ৰহিলেক
মহেন্দ্র গিৰি পৰাই ॥ ২৭১৫৬
পাণ্ডৱৰ সেনা- গণ নিৰন্তৰে
বেঢ়িলে মদ্র ৰাজাক।
পাচে কুৰুগণ কৰিলেক ৰণ
সম্প্রতি দেখিল তাক ॥
মৰণৰ ভয় ত্যজি বীৰচয়
নিবৰ্ত্তি পুনু আসিল।
কৌৰৱ দলৰ পাণ্ডৱসবৰ
সমৰ ঘোৰ লাগিল ॥ ২৭১৫৭
নমো কৃষ্ণদেৱ দণ্ডৱতে সেৱ
কৰো লক্ষ কোটি বাৰ।
মই পতিতক পতিত পাৱন
ইবাৰ কৰা উদ্ধাৰ ॥
নানান যোনিত জনম ধৰিয়া
মৰিয়া পুনু উপজোঁ।

তোমাৰ অভয় চৰণে নিশ্চয়
কৰিয়া নাম নভজোঁ ॥ ২৭১৫৮
এতেকে সংসাৰ সাগৰৰ পাৰ
নপাওঁ মই পামৰ।
সভাসদ লোক ৰাম বুলিয়োক
কহে দীন দামোদৰ ॥ ২৭১৫৯

---

পদ

সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
চিত্ৰসেন নকুলৰ লাগিল সমৰ ॥
দুইখান ৰথে চৰি দুই বীৰবৰ।
সুৱৰ্ণ ৰচিত ৰথে ধৰি ধনুশৰ ॥ ২৭১৬০
দুইখান মেঘে যেন দক্ষিণে উত্তৰে।
ঘনে ঘনে গৰ্জ্জি বৰিষন্ত নিৰন্তৰে ॥
সেহিমতে শৰবৃষ্টি দুহানো কৰন্ত।
দুইহন্ত শৰক দুইজনে সংহৰন্ত ॥ ২৭১৬১
চিত্ৰসেন নকুলক নেদেখি যে আৰ।
দুহাৰ মাজত শৰগণ একাকাৰ ॥
দুয়ো ৰণে বিশাৰদ দুয়ো ধনুৰ্দ্ধৰ।
কৰ্ণৰ নন্দন পাণ্ডুৰাজাৰ কুমাৰ ॥ ২৭১৬২
ডাহিন বামক দুই ৰথক ফুৰান্ত।
অন্যো অন্যে বধ মনে দুয়ো ছিদ্ৰ চান্ত ॥
চিত্ৰসেনে শনাইত হানি ভল্ল-বাণ।
নকুলৰ হাতত কাটিলা ধনুখান ॥ ২৭১৬৩
পুনৰপি বীৰে শৰ হানি তিনিপাট।
মাদ্ৰীসুত নকুলৰ ভেদিলা ললাট ॥
আৰো তিনিপাট শৰ হানি তীক্ষ্ণতৰ।
চাৰিগোটা ঘোঁৰা বীৰে মাৰিল ৰথৰ ॥ ২৭১৬৪
ধ্বজগোট ছেদিলেক তিনিপাট শৰে।
তিনি বাণে সাৰথিকো নিলা যমঘৰে ॥
নকুলৰ কপালত শোভে তিনি শৰ।
ধৰিলেক তিনি শৃঙ্গ যেন গিৰিবৰ ॥ ২৭১৬৫
ৰথধ্বজ ধনু সাৰথিৰ নৈলা প্ৰাণ।
পাচে পাণ্ডুপুত্ৰ মহাকোপে কম্পমান ॥
বামহাতে চৰ্ম্ম ডাহিনত খড়্গ ধৰি।
পৰ্ব্বতৰ হন্তে যেন নামিলা কেশৰী ॥ ২৭১৬৬
সেহিমতে ম'ৰাৰথ হন্তে নামি পাচে।
খেদি যান্ত চিত্ৰসেন বীৰ যৈত আছে ॥
ভূমিপাৰে নকুলে আসন্ত খড়্গ ধৰি।
হেন দেখি চিত্ৰসেন মনে কোপ কৰি ॥ ২৭১৬৭
অযুত নিযুত শৰ কৰিলা প্ৰহাৰ।
মেঘগণে শৰবৃষ্টি কৰে বাৰিষাৰ ॥
তাহাৰ শৰক সহি পাণ্ডুৰ তনয়।
মদমত্ত হস্তী যেন পৰম নিৰ্ভয় ॥ ২৭১৬৮
মহাবেগে পাইলা চিত্ৰসেনৰ ওচৰ।
জাম্প দিয়া উঠিলন্ত ৰথৰ ওপৰ ॥
কৌৰব পাণ্ডৱে দুই দলে চাহি আছে।
কিৰীটি কুণ্ডলে মুণ্ড সুমণ্ডিত পাচে ॥ ২৭১৬৯
নকুলে কৰিলা ছেদ পাচে খড়্গ ধৰি।
ৰথৰ উপৰে ঢলি পৰিলেক মৰি ॥
সূৰ্য্যৰ সদৃশ সিটো প্ৰকাশ কৰয়।
হেন দেখি প্ৰশংসা কৰয় বীৰচয় ॥ ২৭১৭০
পাণ্ডৱসকলে কৰিলেক সিংহনাদ।
কৌৰব দলৰ দেখি মিলিল বিষাদ ॥
চিত্ৰসেন সমৰত পৰিবাৰ দেখি।
তাৰ দুই ভাই ধাইলা খানিকো নাপেখি ॥ ২৭১৭১
সত্যসেন সুসেন যে কৰ্ণৰ তনয়।
ভ্ৰাতৃৰ সন্তাপে দুখে নসহে হৃদয় ॥
পৰম দুৰ্ম্মদ মহাৰথী দুইজন।
কোপে একে জোপে নকুলক দিলে ৰণ ॥ ২৭১৭২

সহস্ৰ সংখ্যাত শৰ হানি খেদি যাই ।
যেন দুই মাতঙ্গ বাঘক গৈল ধাই ॥
যেন জলধৰে বৃষ্টি কৰে পৰ্ব্বতত ।
দুই মহাৰথী কৰিলেক সেহিমত ॥ ২৭১৭৩
শৰে জৰ্জ্জৰিত কৰিলেক কলেৱৰ ।
পাচে মহাক্ৰোধ জ্বলি গৈল নকুলৰ ॥
খড়্গ চৰ্ম্ম এৰি ধৰিলন্ত ধনুশৰ ।
ত্বৰিতে চৰিলা আন ৰথৰ উপৰ ॥ ২৭১৭৪
সত্যসেন সুসেনৰ সম্মুখে ৰহিল ।
প্ৰজা সংহৰিতে যেন অন্তক ক্ৰোধিল ॥
হেন দেখি দুয়ো পাচে কৰ্ণৰ তনয় ।
নকুলৰ ৰথক হানিলা শৰচয় ॥ ২৭১৭৫
তাসম্বাৰ শৰে ফুটি ব্যথিত কৰিল ।
হাসিয়া নকুলে বাণ বাছিয়া ধৰিল ॥
চাৰিগোটা হয় সত্যসেনৰ ৰথৰ ।
এৰেকেকত হানিলন্ত চাৰি চাৰি শৰ ॥ ২৭১৭৬
তীক্ষ্ণতৰ নাৰাচ * হানিলা তাতপৰ ।
ছেদিলন্ত ধনু সত্যসেনৰ হাতৰ ॥
আন ৰথে শীঘ্ৰে চৰিলেক সত্যসেন ।
ক্ৰোধে ধনু ধৰি খেদি গৈল যম যেন ॥ ২৭১৭৭
দেখিয়া নকুলে দুইক দুই দুই বাণে ।
সত্যসেন সুসেনক ছাৰিল সন্ধানে ॥
সুবৰ্ণে মণ্ডিত ধনুখান নকুলৰ ।
কাটিলা নকুলে হানি খুৰ যেন শৰ ॥ ২৭১৭৮
আন ধনুখান ধৰি কৰিলা টঙ্কাৰ ।
দেখিয়া সুসেন সত্যসেন পুনৰ্ব্বাৰ ॥
অসংখ্যাত বাণগণ কৰিলা প্ৰহাৰ ।
ঢাকিলা আকাশ নাই ৰবিৰ সঞ্চাৰ ॥ ২৭১৭৯

* নবাচ—এবিধ চোকা শৰ ।

তাসম্বাৰ বাণ বীৰে কাটিয়া পথত ।
চাৰিপাট শৰ আনি জুৰিলা গুণত ॥
দুই দুই শৰে দুইৰো ভেদিলা হৃদয় ।
নকুলৰ দুয়ো হানিলেক শৰচয় ॥ ২৭১৮০
শনাইত শৰে সাৰথিৰ লৈলা প্ৰাণ ।
সত্যসেনে হাততে কাটিলা ধনুখান ॥
ৰথৰ চাৰিয়ো হয় সুসেনে বধিলা ।
নকুলে ৰথৰ পাচে জাম্প দি নামিলা ॥ ২৭১৮১
হয় ৰথে শকতি আছিলা ভয়ঙ্কৰ ।
তীক্ষ্ণতৰ অগ্ৰভাগ দণ্ড সুবৰ্ণৰ ॥
ভৈলা ধৌত শক্তি সিটো পৰম নিৰ্ম্মল ।
নাগিনী সদৃশ আতি বিশাল দীঘল ॥ ২৭১৮২
হেনয় শক্তিক হানিলন্ত বল দিয়া ।
কৰ্ণ তনয়ৰ শিষ্য লক্ষ্য কৰি হিয়া ॥
সত্যসেন বুকে পৰি শকতি প্ৰচণ্ড ।
ভাঙ্গিলেক মাথা কৰিলেক খণ্ড খণ্ড ॥ ২৭১৮৩
প্ৰাণ ছাৰি পৰিলেক ৰথখান হন্তে ।
সুসেনে খেদিয়া গৈলা বাণ বৰিষন্তে ॥
ভ্ৰাতৃৰ মৰণ দেখি ক্ৰোধে মূৰ্চ্ছা গৈল ।
বাছি বাছি শৰ পাচে মাৰিবাক লৈল ॥ ২৭১৮৪
ৰথভঙ্গে পাণ্ডুপুত্ৰ ভূমিত আছন্ত ।
পাঞ্চালী-নন্দন সোমদত্তে দেখিলন্ত ॥
ত্বৰিতে পিতৃক যোগাইলন্ত ৰথবৰ ।
চৰিলা নকুল সেহি ৰথৰ উপৰ ॥ ২৭১৮৫
পৰ্ব্বত উপৰে যেন চৰিলা কেশৰী ।
সুসেনক খেদি গৈলা আন ধনু ধৰি ॥
অসংখ্যাত শৰবৃষ্টি কৰে দুই জনে ।
অন্যোঅন্যে আপুনাৰ জয় চিন্তে মনে ॥ ২৭১৮৬
সুসেনে মাৰয় পাণ্ডুসুতে সংহৰয় ।
নকুলৰ বাণ সুসেনে হন্ত কৰয় ॥

নাহি ভঙ্গ জয় দুয়ো পৰম দুৰ্জ্জয়।
দাৰুণ সমৰে তুল্য ৰণত নিৰ্ভয় ॥ ২৭১৮৭
পাচে কৰ্ণপুত্ৰে তিনিগোটা শৰ মাৰি।
নকুলক প্ৰহাৰ কৰিলা কোপ কৰি ॥
সুতসোম বীৰকো হানিলা কুৰি বাণ।
বাহু বক্ষস্থল উৰুযুগ মৰ্ম্মস্থান ॥ ২৭১৮৮
পাণ্ডুৰ নন্দন ৰিপু-মৰ্দ্দক নকুল।
ক্ৰোধ কৰি বোলে আজি কৰিবো নিৰ্ম্মূল ॥
আকৰ্ণ পূৰিয়া ধনু আজুৰি আনিল।
সহস্ৰ সহস্ৰ শৰ মাৰিবে লাগিল ॥ ২৭১৮৯
পুঙ্খে পুঙ্খে লাগি শৰ যায় ধাৰি বাটি।
সুসেনে সমস্ত পথ পেলাইলেক কাটি ॥
হেন দেখি দশ গুণে ক্ৰোধ জ্বলি গৈল।
অৰ্দ্ধচন্দ্ৰ বাণগোট বাছি পাচে লৈল ॥ ২৭১৯০
হীৰা মৰকত ৰত্ন আছে আন আন।
অনেক যতনে তাক কৰিলা নিৰ্ম্মাণ ॥
হেন অৰ্দ্ধচন্দ্ৰ বাণ জুৰিলা গুণত।
বল দি হানিলা চলি যায় আকাশত ॥ ২৭১৯১
সুসেনৰ শিৰশ্ছেদ কৰিলা ত্বৰিত।
কিৰীটি-কুণ্ডল সমে পৰিল মহীত ॥
চাহি আছে বীৰগণে পৰম অদ্ভুত।
সুসেনক সমৰে বধিলা মাদ্ৰীসুত ॥ ২৭১৯২
নদীৰ বেগত বৃক্ষ পৰয় উফৰি।
সেহিমতে কৰ্ণপুত্ৰগণ গৈল মৰি ॥
নকুলৰ বিক্ৰম দেখিয়া সেনাচয়।
দশোদিশে পলাইবে লাগিল হুয়া ভয় ॥ ২৭১৯৩
হেন দেখি মদ্ৰৰাজ শল্য সেনাপতি।
সেনাগণ আশ্বাস কৰিলা মহামতি ॥
পূৰ্ব্বৰতে ভাগে ভাগে সেনা কৰি থিত।
কৰিলন্ত সিংহনাদ আতি বিপৰীত ॥ ২৭১৯৪
ধনুগুৰ্ণ মাজি কৰে কৰিয়া টঙ্কাৰ।
খলকিল বুক শুনি পাণ্ডৱী সৈন্যৰ ॥
নিজ সেনাসকলৰ দূৰ হৈল দুখ।
পুনৰপি হৈল সবে ৰণক সমুখ ॥ ২৭১৯৫
মহা ধনুৰ্দ্ধৰ শল্য সমৰে ৰহিলা।
মহাৰথীগণ আসি তেখনে বেঢ়িলা ॥
ভীমসেন সাত্যকি নকুল সহদেৱ।
পাণ্ডৱৰ বীৰগণ নৰহিল কেৱ ॥ ২৭১৯৬
পাণ্ডুপুত্ৰ যুধিষ্ঠিৰ ৰাজাক আৱৰি।
আসিল সমস্তে মহা সিংহনাদ কৰি ॥
নানাবিধ বাদ্য ভণ্ড ক্ৰীড়া কৌতূহল।
কৰিয়া ৰহিলা বীৰগণ মহাবল ॥ ২৭১৯৭
কৌৰৱৰ বীৰগণে শল্যক আৱৰি।
আগবাঢ়ি পুনৰপি গৈলা ক্ৰোধ কৰি ॥
যুদ্ধ এৰি পলাইবাৰ নাহি কাৰো মন।
নিশ্চয় কৰিলা সবে ৰণত মৰণ ॥ ২৭১৯৮
উভয় দলৰ সবে লাগিল সমৰ।
হেন যুদ্ধ হৈল পূৰ্ব্বে দেৱ দানৱৰ ॥
ভয়াতুৰ মনুষ্যেসে ভয়ক জানয়।
বীৰসকলৰ দেখি আনন্দ হৃদয় ॥ ২৭১৯৯
পৰিপূৰ্ণ ভৈল যম ৰাজাৰ মন্দিৰ।
ভূমিভাৰ হৰ মহাক্ষয় মনুষ্যৰ ॥
সমস্ত পাণ্ডৱে ধৃষ্টদ্যুম্ন আগ কৰি।
কৰৈ শৰবৃষ্টি মৰ্য্যাদাক পৰিহৰি ॥ ২৭২০০
কৰিলেক মুগ্ধ শৰঘাৰে কৌৰৱক।
পলায় দশোদিশ এৰি বন্ধুবান্ধৱক ॥
মহাৰথীসকলৰ খৰতৰ বাণে।
অসংখ্যাত বীৰগণ মৰি গৈল প্ৰাণে ॥ ২৭২০১
শৰঘাৰে জৰ্জ্জৰিত তযু পুত্ৰ যত।
এৰৈকেৰ শৰীৰত বাণঘাৱ শত ॥

হৈলন্ত ব্যাকুল দেখি মহাৰথীচয়।
সবাৰে হৃদয়ে আসি প্ৰৱেশিল ভয় ॥ ২৭২০২
বলহীন ধেনু যেন পৰিল পঙ্কত।
কৌৰৱ দলৰ ৰাজা ভৈল সেহিমত ॥
হেন দেখি মদ্ৰপতি মহাক্ৰোধ কৰি।
পৰম বিচিত্ৰ ধনুখান কৰে ধৰি ॥ ২৭২০৩
আগবাঢ়ি খেদি গৈলা পাণ্ডৱক প্ৰতি।
পৰম বিশিষ্ট ধৰ্ম্মশীল মহামতি ॥
দেখিলন্ত নানা উতপাত ৰাজা ভয়।
পৰ্ব্বত সহিতে মহীমণ্ডল লৰয় ॥ ২৭২০৪
সম্মুখে বহয় বায়ু হোৱে উল্কাপাত।
দেখে সূৰ্য্যগ্ৰহ আগে পৰয় নিৰ্ঘাত ॥
শূল শক্তি পৰৈ আসি তাহান আগ্ৰত।
দেখিলন্ত আন বিমঙ্গল নানামত ॥ ২৭২০৫
পাচে পাণ্ডৱৰ মহা মহা ৰথীচয়।
শল্য নৃপতিক বেঢ়ি শৰ বৰিষয় ॥
অসংখ্যাত তীক্ষ্ণ শৰে শল্য মহাবল।
কৰিল মৰ্দ্দন পাচে পাণ্ডৱৰ দল ॥ ২৭২০৬
আছন্ত সাক্ষাতে ধৰ্ম্মৰাজা যুধিষ্ঠিৰ।
কৰন্ত সমৰ মদ্ৰপতি মহাবীৰ ॥
হেন দেখি কুৰুবীৰগণ খেদি গৈল।
উভয় দলৰ ভয়ঙ্কৰ যুদ্ধ ভৈল ॥ ২৭২০৭
পুনৰপি মদ্ৰৰাজে ধৰি ধনুশৰ।
বধিলা বিস্তৰ সেনাগণ পাণ্ডৱৰ ॥
মুখ্য মুখ্য বীৰগণ বাছি নিৰন্তৰ।
গাৱে গাৱে দশ দশ প্ৰহাৰিলা শৰ ॥ ২৭২০৮
যুধিষ্ঠিৰ নৃপতিক সাত্যকি বীৰক।
সহদেৱ নকুলক দুৰ্জ্জয় ভীমক ॥
ধৃষ্টদ্যুম্ন শিখণ্ডীক পাঞ্চাল পুত্ৰক।
দশ দশ শৰে মৰ্দ্দিলন্ত সমস্তক ॥ ২৭২০৯

ইন্দ্ৰে যেন বাৰিষা কালত বৃষ্টি কৰে।
সেহিমতে বাণ বৰিষিলা নিৰন্তৰে ॥
সোমক ভদ্ৰকগণ পাঞ্চাল সৃঞ্জয়।
অশেষ মৰিল কতো বধিতে আছয় ॥ ২৭২১০
গগন-মণ্ডলে দেখি অসংখ্যাত শৰ।
জাকে জাকে উৰে যেন ভ্ৰমৰ-নিকৰ ॥
অসংখ্য ফৰিঙ্গ যেন উৰে আকাশত।
শল্য নৃপতিৰ শৰ স্ৰৱে সেহিমত ॥ ২৭২১১
মাতঙ্গে তুৰঙ্গে পৰে ৰথে শৰচয়।
আৰ্ত্তনাদ কৰি পৰি মৰে হস্তীচয় ॥
আপুনাৰ পৌৰুষ আচৰি ক্ৰোধ কৰি।
প্ৰজা সংহৰয় যেন যমে দণ্ড ধৰি ॥ ২৭২১২
বাৰিষা কালৰ যেনমতে জলধৰ।
ঘনে ঘনে গৰ্জ্জন কৰয় নৃপবৰ ॥
পাণ্ডৱৰ অসংখ্যাত বধি সেনাচয়।
অজাত শত্ৰুক পাচে ধৰি খেদি নেয় ॥ ২৭২১৩
শনাইত শৰগণ হানিয়া সত্বৰে।
যুধিষ্ঠিৰ নৃপতি যে পৰিলা সমৰে ॥
শৰ বৰিষন্তে খেদি আসে মদ্ৰপতি।
দেখি ক্ৰোধে যুধিষ্ঠিৰ ৰাজা মহামতি ॥ ২৭২১৪
ঘোৰ শৰবৃষ্টি কৰি ৰাখিলা শল্যক।
অঙ্কুশৰ ঘাৱে যেন মত্ত মাতঙ্গক ॥
মদ্ৰৰাজে দেখি পাচে পাণ্ডৱৰ শৰ।
অসংখ্যাত বাণে কাটিলন্ত নিৰন্তৰ ॥ ২৭২১৫
নৃপতিৰ বাণগণ পৰিল ভূমিত।
দেখি ভীমসেন ক্ৰোধ কৰি বিপৰীত ॥
সাত শৰে শল্যক ভেদিল বৰ টানে।
সহদেৱ পাঞ্চাল নকুলেও পাঞ্চবাণে ॥ ২৭২১৬
পাঞ্চালীৰ পুত্ৰগণে অসংখ্যাত শৰে।
শল্যৰ শৰীৰে হানিলেক নিৰন্তৰে ॥

একেশ্বৰ মদ্ৰপতি পাণ্ডৱ বিস্তৰ।
দেখি ক্ৰোধ জ্বলি গৈল কৌৰৱবৰ্গৰ ॥২৭২১৭
কৃপ কৃতবৰ্ম্মা বীৰ শকুনি উলুক।
আনো ৰথীগণে খেদি গৈলন্ত শত্ৰুক ॥
হাসি হাসি পাচে অশ্বত্থামা মহামতি।
পাণ্ডৱক খেদিয়া গৈলন্ত মন্দমতি ॥২৭২১৮
দুৰ্য্যোধন আদি তযু পুত্ৰ নিৰন্তৰে।
শল্য নৃপতিক সবে ৰাখিলা সমৰে ॥
কৃতবৰ্ম্মা বৃকোদৰে লাগিল সমৰ।
ধৃষ্টদ্যুম্ন সমে যুদ্ধ গৌতমী-পুত্ৰৰ ॥২৭২১৯
সহদেৱ নকুলক শকুনি যুজয়।
পাঞ্চালীৰ পাঞ্চ পুত্ৰে দ্ৰোণৰ তনয় ॥
এহিমতে যুলি বাটি যুজে বীৰচয়।
ত্যজিল মনৰ চিন্তা পৰম নিৰ্ভয় ॥২৭২২০
মহাবলৱন্ত দুৰ্য্যোধন নৃপবৰ।
সম্মুখে ৰহিলা কোপে কৃষ্ণ অৰ্জ্জুনৰ ॥
ক্ৰোধে কৃপ আচাৰ্য্যে মাৰিয়া নানাশৰ।
ধৃষ্টদ্যুম্ন বীৰৰ ভেদিলা কলেৱৰ ॥২৭২২১
পাচে ধৃষ্টদ্যুম্নে প্ৰহাৰিলা ঘোৰ শৰ।
নিৰন্তৰে ভেদিলন্ত শৰীৰে কৃপৰ ॥
সমৰত সম্ভ্ৰম নুহিকে একোজন।
হুয়া সাৱধান দুয়ো বীৰে কৰে ৰণ ॥২৭২২২
সহদেৱ নকুলক পাঞ্চ পাঞ্চ বাণে।
সমৰে সৌবলে ভেদিলেক ৰৰ টানে ॥
পাঞ্চ পাণ্ডৱৰ পাঞ্চ পুত্ৰক সমৰে।
গুৰুৰ তনয়ে তাড়িলন্ত ঘোৰ শৰে ॥২৭২২৩
তিনি শিলিমুখ হানিলন্ত কৃতবৰ্ম্মা।
পথতে কাটিলা বৃকোদৰ ঘোৰকৰ্ম্মা ॥
হেন দেখি পাচে কোপমনে ভোজৰাজ।
ধনু ধৰি টঙ্কাৰ কৰিলা ৰণমাজ ॥২৭২২৪

মৃগবৰ্ণ চাৰি ঘোঁৰা ভীমৰ ৰথৰ।
বায়ুৰ সমান বেগ অতি থুলন্তৰ ॥
ত্বৰিতে বধিলা বীৰে মাৰি কুৰি শৰ।
দেখি ভীমে জাম্প দিয়া নামিলা সত্বৰ ॥২৭২২৫
আন ৰথে চড়ি যুজিবাক ভৈলা সাজ।
তাৰক্ষণে তাকো বধিলন্ত ভোজৰাজ ॥
ম'ৰাৰথ এৰি ভূমিগত ভীমসেন।
ঘোৰ গদা ধৰি খেদি গৈলা যম যেন ॥২৭২২৬
পৱন সমান বেগ ধৰি মহাভাগ।
কৃতবৰ্ম্মা বীৰৰ ৰথক পায়া লাগ ॥
উপৰক তুলি গদা মাৰিলন্ত বাৰি।
মাৰিল চাৰিয়ো ঘোঁৰা প্ৰাণ গৈল ছাড়ি ॥২৭২২৭
কৃতবৰ্ম্মা ৰথহন্তে ভূমিত নামিল।
তাহাঙ্ক প্ৰহাৰ আৰো ভীমে নকৰিল ॥
সমৰত মদ্ৰৰাজে মাৰি ঘোৰ বাণ।
মাদ্ৰী-তনয়ৰ ছেদিলন্ত ধনুখান ॥২৭২২৮
পাছে সহদেৱে ভূমিপাৰে মহামানী।
শল্যৰ পুত্ৰক কাটিলন্ত খাণ্ডা হানি ॥
দেখি দশগুণে ক্ৰোধ জ্বলিল শল্যৰ।
পাচে তান সেনাগণ মাৰিলা বিস্তৰ ॥২৭২২৯
যুধিষ্ঠিৰ নৃপতিক পীড়িলন্ত শৰে।
দেখি ক্ৰোধে দশন কামোৰে বৃকোদৰে ॥
মদ্ৰ নৃপতিক বীৰে বধিবাক মনে।
গুৰুতৰ গদাগোট ধৰিলন্ত ৰণে ॥২৭২৩০

মদ্ৰপতি শল্য আৰু ভীমৰ ঘোৰযুদ্ধ

গজ বাজী মনুষ্যৰ কালান্তক যম।
প্ৰকাশ্যে কৰয় প্ৰজ্বলিত অগ্নি সম ॥
মহাসৰ্প যেন কৃষ্ণবৰ্ণ লোহাময়।
লগাই আছে হীৰা মৰকত মণিচয় ॥২৭২৩১

বাসৱৰ বজ্র যেন আতি দৃঢ়তৰ।
লাগি আছে তেজ-মাংস মত্ত মাতঙ্গৰ ॥
অন্তকৰ জিহ্বা যেন মহা ভয়ঙ্কৰ।
কম্পয় হৃদয় দেখি বিপক্ষসবৰ ॥২৭২৩২
নিজ সেনাসকলৰ আনন্দ মনত।
গিৰি বিদাৰণ গদা প্ৰসিদ্ধ লোকত ॥
যিকালত পাণ্ডৱ আছিলা বনবাসে।
সুবৰ্ণৰ পদ্ম এক আনিয়া বতাসে ॥২৭২৩৩
আশ্ৰমৰ সমীপত পেলাইলন্ত আনি।
দ্ৰৌপদীক দিলা যুধিষ্ঠিৰ মহামানী ॥
পদ্মগন্ধে দশোদিশ আমোদ কৰিল।
দেখিয়া দ্ৰৌপদী অতি আনন্দ লুভিল ॥২৭২৩৪
ভীমক মাতিয়া পাচে বুলিলা বিনয়।
মোৰ মন পূৰ্ণ প্ৰভু কৰিয়ো নিশ্চয় ॥
আনি দিয়া আৰো ইটো পুষ্প মনোহৰ।
প্ৰিয়াৰ বচন হেন শুনি বৃকোদৰ ॥২৭২৩৫
যি দিশৰপৰা বায়ুৰাজ আসিলন্ত।
গদা ধৰি ভীম সেহি দিশক গৈলন্ত ॥
পাইলন্ত পাণ্ডৱে পাচে গন্ধমাৰ্দ্দনক।
দেখিলন্ত সৰোবৰে সুগন্ধি পুষ্পক ॥২৭২৩৬
অসংখ্যাত যক্ষগণ ৰাখি সিটো বন।
দেখি ভীমসেনক খেদিয়া দিল ৰণ ॥
ঘোৰ গদা ধৰি বধিলন্ত সমস্তক।
কৰিলা আহ্বান হৰসখা কুবেৰক ॥২৭২৩৭
দ্ৰৌপদীৰ প্ৰীতি সাধি আনি দিলা ফুল।
সিটো গদা ধৰি যক্ষ কৰিলা নিৰ্ম্মূল ॥
সেহি মহাঘোৰ গুৰুতৰ গদা ধৰি।
শল্যক গৈলন্ত খেদি ঘোৰনাদ কৰি ॥২৭২৩৮
পৱনসঞ্চাৰে গৈয়া পাইলন্ত ওচৰ।
মদ্ৰ নৃপতিৰ চাৰি ঘোটক ৰথৰ ॥
গদাৰ প্ৰহাৰে মাৰিলন্ত বৃকোদৰ।
দেখি ক্ৰোধ জ্বলি গৈল দুৰ্জ্জয় শল্যৰ ॥২৭২৩৯
ৰথহন্তে নামি বীৰে ধৰিলা তোমৰ।
থূলন্তৰ হৃদয় ভেদিলা পাণ্ডৱৰ ॥
কৱচ ভেদিয়া পিঠিপাশে হৈল বাজ।
অৰ্দ্ধেক পশিল গৈয়া পৃথিৱীৰ মাজ ॥২৭২৪০
দাৰুণ প্ৰহাৰে নকম্পিল বৃকোদৰ।
বলে টানি আনি সেই শত্ৰুৰ তোমৰ ॥
সাৰথিৰ হৃদয়ত প্ৰহাৰিল টানে।
চেতন হৰিল পৰি মৰি গৈল প্ৰাণে ॥২৭২৪১
বিপৰীত কৰ্ম্ম হেন দেখিয়া ভীমৰ।
পৰম আনন্দ মন পাণ্ডৱ দলৰ ॥
সাধুৰ্ব্বাদ পূজা কৰিলন্ত বীৰগণে।
যুধিষ্ঠিৰ নৃপতি থাকিলা ৰঙ্গমনে ॥২৭২৪২
ভীমৰ বিক্ৰম হেন দেখি আতিশয়।
শল্য নৃপতিৰ আতি মনত বিস্ময় ॥
সাধু সাধু বুলি প্ৰশংসিলা বাৰে বাৰ।
ধন্য কুন্তীসুত ধন্য বীৰত্ব তোমাৰ ॥২৭২৪৩
এহি বুলি ভয়ঙ্কৰ গদা তুলি লৈল।
পৰম নিৰ্ভয়ে মেৰুগিৰি যেন ৰৈল ॥
বাঢ়য় অগনি যেন চাহন নযায়।
হাতে পাশ ধৰি যেন অন্তক পৰায় ॥২৭২৪৪
শূল ধৰি অন্তকালে ৰুদ্ৰ যেনমত।
শৃঙ্গে সমন্বিতে যেন ধৱল পৰ্ব্বত ॥
সেহিমতে প্ৰচণ্ড প্ৰতাপে মদ্ৰৰাজ।
প্ৰকাশ কৰন্তে আছে সংগ্ৰামৰ মাজ ॥২৭২৪৫
হেন দেখি বীৰ বৃকোদৰ অনিৰ্ব্বাৰ।
শল্যক দেখিয়া গৈল পৱন সঞ্চাৰ ॥
মত্ত মাতঙ্গক দেখি যেন গজৰাজ।
মহাক্ৰোধে খেদি যায় অৰণ্যৰ মাজ ॥২৭২৪৬

সেহিমতে ভীমে গদা ধৰি খেদি গৈলা।
দেখি দশোদিশে মহা সিংহনাদ ভৈলা ॥
নানা বাদ্য ভাণ্ড অসংখ্যাত ভেৰীনাদ।
কৰিলন্ত বীৰগণে শঙ্খৰ সম্বাদ ॥ ২৭২৪৭
বীৰসকলৰ মনে আনন্দ মিলিল।
ভয়াতুৰ মনুষ্যৰ ভয় নজন্মিল ॥
দুয়োদলে চাহিয়া আছন্ত ৰঙ্গমনে।
মদমত্ত নাগ যেন ক্ৰোধে দুয়োজনে ॥ ২৭২৪৮
পৱনসঞ্চাৰে আহি হুয়া একঠাই।
ৰহিলন্ত দুই বীৰে গদাক উঠাই ॥
বাহুৰ আস্ফোট চোটে পূৰিল গগন।
ঘনে ঘনে হোৱে যেন নিৰ্ঘাত পতন ॥ ২৭২৪৯
হেন দেখি পৰম বিস্ময়ে বীৰগণে।
কৰিলন্ত পূজা দুইক মধুৰ বচনে ॥
শল্য নৃপবৰ বলভদ্ৰ বিনে আৰ।
কোন বীৰে সহিবেক ভীমৰ প্ৰহাৰ ॥ ২৭২৫০
পাণ্ডুৰ তনয় ভীমসেন ব্যতিৰেক।
শল্যৰ প্ৰহাৰ আৰ কোনে সহিবেক ॥
এহিমতে অন্যো অন্যে কহে বীৰগণে।
লগাইলেক ঘোৰ যুদ্ধ পাচে দুয়োজনে ॥ ২৭২৫১
মহেশৰ বৃষ যেন দুয়ো নাদ কৰি।
মণ্ডল আকাৰে দুয়ো যুজে গদা ধৰি ॥
সুবৰ্ণ মণ্ডিত গদা নৃপতি শল্যৰ।
জ্বলন্ত অগনি যেন আতি ভয়ঙ্কৰ ॥ ২৭২৫২
হেন গদাগোট কৰে ধৰি মদ্ৰপতি।
মণ্ডল আকাৰে শীঘ্ৰবেগে কৰি গতি ॥
ভীমৰ গদাত কোব বসাইলেক বলে।
অগনি কণিকা উঠি দশোদিশে জ্বলে ॥ ২৭২৫৩
শল্যৰ গদাত তাড়িলন্ত বৃকোদৰে।
জ্বলিল অগনি দেখিলেক নিৰন্তৰে ॥
দণ্ডে দণ্ডে যুজে যেন দুতয় মাতঙ্গে।
দুয়ো গোটা ষণ্ড যেন যুজে শৃঙ্গে শৃঙ্গে ॥২৭২৫৪
সেহিমতে শল্য ভীমসেন মহাবলী।
গদা আগে গদা দিয়া কৰে ঠেলা-ঠেলি ॥
গদাৰ প্ৰহাৰ কতো পৰয় শৰীৰে।
নেদেখি যে অঙ্গ দুয়োৰো পূৰিল ৰুধিৰে ॥ ২৭২৫৫
পলাশ ফুলিল যেন বসন্ত কালত।
শল্যৰ ভীমৰ তনু ভৈল সেহিমত ॥
ফুৰি ফুৰি মদ্ৰৰাজে প্ৰকাশ কৰয়।
গিৰিবৰ যেন বৃকোদৰ নচলয় ॥ ২৭২৫৬
কুন্তীৰ নন্দনে নৃপতিক বাৰে বাৰ।
গুৰুতৰ গদা ধৰি কৰন্ত প্ৰহাৰ ॥
কটাক্ষো নকৰে মদ্ৰপতি মহাবল।
গাৱ পাতি থাকে যেন পৰ্ব্বত সচল ॥ ২৭২৫৭
দন্তে যেন গজৰাজ ঠেলয় পৰ্ব্বত।
ভীমৰ প্ৰহাৰ ব্যৰ্থ হৈল সেহিমত ॥
দুহানো গদাৰ কোব পৰে ঠাত ঠাত।
বাৰিষা কালৰ যেন পৰে বজ্ৰপাত ॥ ২৭২৫৮
দুই গোটা গদা দুই উপৰক তুলি।
কৰয় প্ৰহাৰ মহাক্ৰোধে হুঁহুঁ বুলি ॥
পাচগুচি পুনৰপি দুয়ো ফুৰৈ পাক।
বিদ্যুত সঞ্চাৰে যেন কুমাৰৰ চাক ॥ ২৭২৫৯
ভৰি আঠু আগবাঢ়ি পৱনসঞ্চাৰে।
ওচৰ চাপিয়া দুই দুইকো একবাৰে ॥
বধিবাক মনে কৰে গদাৰ প্ৰহাৰে।
পুনৰপি পাচগুচি পৱন সঞ্চাৰে ॥ ২৭২৬০
উপৰক গদা তুলি ভীমে বোলৈ মাৰ।
শুনি মদ্ৰপতি কৰে গদাৰ প্ৰহাৰ ॥
বাজায়ে বোলন্ত ভীমসেন চোট কৰ।
কোপে হুঁ বুলি কোব মাৰে বৃকোদৰ ॥ ২৭২৬১

অতিক্ৰম কৰিলন্ত মনুষ্যৰ কৰ্ম্ম ।
দেখি দুয়ো দলে স্থমৰন্ত ধৰ্ম্ম ধৰ্ম্ম ॥
গদাৰ কোবত শৰীৰৰ উঠে জুই ।
ধুম্রে বিয়পয় নেদেখয় দুইকো দুই ॥ ২৭২৬২
শৃঙ্গ সম দুয়ো যেন পৰ্ব্বত যুজয় ।
সেহিমতে শল্য সমে কুন্তীৰ তনয় ॥
গদাৰ প্ৰহাৰে দুইৰো ক্ষত ভৈল অঙ্গ ।
তথাপি কাহাৰো ৰণে নাহি জয় ভঙ্গ ॥ ২৭২৬৩
পাচে একেবাৰে দুয়ো কৰিয়া প্ৰহাৰ ।
পৰিল ভূমিত দুয়ো দেখি অন্ধকাৰ ॥
বাসৱৰ বজ্ৰে যেন নিধালে পৰিল ।
দেখি ৰথীসকলৰ বিষাদ মিলিল ॥ ২৭২৬৪
হত হৈল বুলি কৰিলেক হাহাকাৰ ।
মিলিল বিষাদ দেখি উভয় ৰাজাৰ ॥
লাগিল দাৰুণ চোট দুইৰো মৰ্ম্মস্থানে ।
মূৰ্চ্ছা গৈয়া ৰৈলা দুয়ো নমৰিল প্ৰাণে ॥ ২৭২৬৫
হেন দেখি কৃপে নিজ ৰথৰ উপৰে ।
শল্য নৃপতিক ধৰি তুলিয়া সত্বৰে ॥
কৌৰৱ দলৰ মাজে প্ৰবেশ কৰিল ।
কতোক্ষণে মদ্ৰপতি চেতন লভিল ॥ ২৭২৬৬
চক্ষু মেলি চাই আগে নাই বৃকোদৰ ।
আপুনো আছন্ত কৃপ ৰথৰ উপৰ ॥
কৃপক সম্বুধি পাচে বুলিলা বচন ।
কিসক আনিলা মোক গৌতমী নন্দন ॥ ২৭২৬৭
কৰিবেক নিন্দা বৃকোদৰ মহাজ্ঞানী ।
হেন শুনি কৃপে পাচে বুলিলন্ত বাণী ॥
মৃতৱত সমৰত দুহাঙ্কো দেখিলো ।
সি কাৰণে ৰথে তুলি তোমাক আনিলো ॥ ২৭২৬৮
কি কাৰণে নিন্দা কৰিবেক কুন্তীসুতে ।
নিজ ৰথে চৰি সংগ্ৰামক যায়ো দ্ৰুতে ॥

পাচে আন ৰথে মদ্ৰ নৃপতি চৰিল ।
গদা এৰি ধনু ধৰি সংগ্ৰাম কৰিল ॥ ২৭২৬৯
কতোক্ষণে ভীমসেনে চেতন লভিলা ।
ত্বৰিতে উঠিলা ঘোৰ গদাক তুলিয়া ॥
দেখন্ত আগত নাই শল্য নৃপবৰ ।
তৰ্জ্জিয়া গৰ্জ্জিয়া পাচে বীৰ বৃকোদৰ ॥ ২৭২৭০
সাজি আনি ৰথখান সাৰথি যোগাইল ।
তাতে চৰি পুনৰপি কৌৰৱক ধাইল ॥
কুৰুবীৰগণে পাচে অস্ত্ৰ শস্ত্ৰ ধৰি ।
পাণ্ডৱক দেখি সবে গৈলা কোপ কৰি ॥ ২৭২৭১
কৰে কোলাহল উপৰক তুলি হাত ।
নচুবায়ে দণ্ডবাদ্য বাৰৈ অসংখ্যাত ॥
দুৰ্য্যোধন নৃপতিক কৰি সবে আগ ।
পৱনসঞ্চাৰে পাণ্ডৱক পাইলা লাগ ॥ ২৭২৭২
দেখি আগবাঢ়িয়া আসিলা পাণ্ডুগণ ।
তোমাৰ তনয় পাচে ৰাজা দুৰ্য্যোধন ॥
চেকিতান ৰাজাক সম্মুখে লাগ পাইল ।
গজক দেখিয়া যেন কেশৰী কিটাইল ॥ ২৭২৭৩
প্ৰাশ হানি হৃদয় ভেদিলা নৃপবৰে ।
মৰি গৈল চেকিতান যমৰ নগৰে ॥
চেকিতান বীৰক বধিলা দুৰ্য্যোধন ।
তাক দেখি পাণ্ডৱৰ মহাৰথীগণ ॥ ২৭২৭৪
কৰিলেক অসংখ্যাত শৰ বৰিষণ ।
জিনিবাক মনে কৌৰৱৰ বীৰগণ ॥
ভোজৰাজ কৃতবৰ্ম্মা কৃপ মহাভাগ ।
অপৰ শকুনি মদ্ৰপতি কৰি আগ ॥ ২৭২৭৫
পাণ্ডুৰ তনয় যুধিষ্ঠিৰক সমৰে ।
ঘোৰ শৰ বৃষ্টি কৰিলেক নিৰন্তৰে ॥
পাণ্ডৱৰ সেনাপতি ধৃষ্টদ্যুম্ন বীৰ ।
মহাবলৱন্ত বীৰ্য্যৱন্ত মহাবীৰ ॥ ২৭২৭৬

দ্ৰোণ সেনাপতিক বধিয়া ঘোৰ ৰণে।
কৰিলেক তাঙ্ক যুদ্ধ ৰাজা দুৰ্য্যোধনে ॥
ৰথী তিনি হাজাৰ দ্ৰৌণীৰ আগ কৰি।
বীৰ অৰ্জ্জুনক খেদি গৈল ধনু ধৰি ॥ ২৭২৭৭
ৰণজয় আশা কৰি মনে ৰথীগণ।
ত্যজিয়া দুস্ত্যেজ্য চিন্তা ৰণত মৰণ ॥
মহা সৰোবৰে যেন ৰাজহংসচয়।
প্ৰবেশ ভৈলন্ত আতি মনত নিৰ্ভয় ॥ ২৭২৭৮
সেহিমতে পাণ্ডৱৰ সেনাৰ মাজত।
দ্ৰৌণী সমে প্ৰবেশিলা ৰথীগণ যত ॥
পাচে ঘোৰ সমৰ লাগিল ভয়ঙ্কৰ।
ৰাজা ৰাজতনয়ৰ ক্ষয় মনুষ্যৰ ॥ ২৭২৭৯
ৰথৰ আন্দোলে ধূলা উঠিল আপাৰ।
নেদেখি বিদ্দিশদিশ দিনতে আন্ধাৰ ॥
আপুনি পৰক চিনৈ বচন শ্ৰৱণে।
পাণ্ডৱৰ কৌৰৱৰ মহাৰথীগণে ॥ ২৭২৮০
বাক্যৰ নিচানে কৰে অস্ত্ৰৰ প্ৰহাৰ।
অসংখ্যাত ক্ষয় ভৈল উভয় সেনাৰ ॥
পৃথিৱীৰ ধূলি পাচে শোণিতে তিতিল।
মহাঘোৰ অন্ধকাৰ তেখনে গুচিল ॥ ২৭২৮১
পুনৰপি দশোদিশ ভৈল সুপ্ৰসন্ন।
নাহি ভঙ্গ জয় যুদ্ধ কৰে বীৰগণ ॥
নিজস্বামী দুৰ্য্যোধন ৰাজ্যৰ কাৰ্য্যত।
কৰিলা নিশ্চয় মন বীৰগণ যত ॥ ২৭২৮২
অন্যো অন্যে তৰ্জ্জন গৰ্জ্জন ক্ৰোধমনে।
নানা অস্ত্ৰ শস্ত্ৰ প্ৰহাৰে অন্যো অন্যে ॥
দশো দিশে শুনি মাত্ৰ মাৰ ধৰ ধৰ।
কৌৰৱদলৰ আৰ পাণ্ডৱগণৰ ॥ ২৭২৮৩
অতি অনন্তৰে কথা শুনা নৃপবৰ।
শল্য ধৰ্ম্মৰাজে যেন কৰিল সমৰ ॥
বধিবাক মনে যুধিষ্ঠিৰক সমৰে।
কৰিলন্ত শল্যে পীড়া শনাইত শৰে ॥ ২৭২৮৪
হেন দেখি ধৰ্ম্মৰাজে ধৈৰ্য্যয় নৰাচে।
সৰ্ব্বস্থানে লক্ষ কৰি হানিলন্ত পাচে ॥
পাণ্ডৱৰ শৰগণ আসে আকাশত।
দেখি মদ্ৰৰাজে তাক ছেদিয়া পথত ॥ ২৭২৮৫
কঙ্কপত্ৰে চায়া আছে আতি অনিৰ্ব্বাৰ।
নৃপতিক প্ৰতি শল্যে কৰিলা প্ৰহাৰ ॥
ধৰ্ম্মৰ শৰীৰে ফুটি শৰ ভৈল ৰাজ।
শল্যৰ বিক্ৰম দেখি আছে সামৰাজ ॥ ২৭২৮৬
পাচে যুধিষ্ঠিৰে কোপ কৰিয়া মনত।
শনাইত শৰগণ ছড়াইয়া গুণত ॥
আকৰ্ণ পূৰিয়া ধনু আজোৰয় টানে।
সাৰথিৰ শিৰ ছেদিলন্ত নৱ বাণে ॥ ২৭২৮৭
চন্দ্ৰসেন দ্ৰুমসেন দুই বীৰবৰ।
ৰথচক্ৰ ৰক্ষা কৰে নৃপতি শল্যৰ ॥
মহা ধনুৰ্দ্ধৰ বলৱন্ত বীৰ্য্যৱন্ত।
ৰথৰ ডাহিনে বামে সমৰ কৰন্ত ॥ ২৭২৮৮
সত্তৰি শায়কে চন্দ্ৰসেনক বধিল।
ষাঠি শৰে দ্ৰুমসেন বিধন কৰিল।
চক্ৰৰক্ষা হত কৰি কুন্তীৰ তনয়।
ভেদিলা পঞ্চিশ শৰে শল্যৰ হৃদয় ॥ ২৭২৮৯
ভীমসেনো সাত শৰে পীড়িলা শল্যক।
সাত্যকিয়ো হানিলন্ত পঞ্চিশ শায়ক ॥
কোপমনে সহদেৱ নকুল অপৰ।
প্ৰহাৰিলা মাতুলক একশত শৰ ॥ ২৭২৯০
পুনৰপি ধৰ্ম্মৰাজে হানি ভল্ল শৰ।
কাটিলন্ত ধ্বজ গোট শল্যৰ ৰথৰ ॥
পৰ্ব্বতৰ শৃঙ্গ যেন পৰিল ভূমিত।
সেহিমতে ধ্বজ গোট আতি বিপৰীত ॥ ২৭২৯১

প্ৰকাশ কৰয় ৰণ-ধৰণীৰ মাজে।
হেন দেখি ক্ৰোধে খেদি যায় মদ্ৰৰাজে ॥
শৰবৃষ্টি কৰে যেন মেঘ বৰিষয়।
মহা ধনুৰ্দ্ধৰ শল্য সমৰে দুৰ্জ্জয় ॥ ২৭২৯২
ভীমসেন সাত্যকিক মাদ্ৰীৰ পুত্ৰক।
ভেদিলা চাৰিকো মাৰি বিংশতি শায়ক ॥
পাচে যুধিষ্ঠিৰ নৃপতিক ৰণ মাজে।
অসংখ্যাত শৰবৃষ্টি কৰি মদ্ৰৰাজে ॥ ২৭২৯৩
দশোদিশ বিদিশ পূৰিলা-নিৰন্তৰে।
পূৰ্ব্বে যেন জম্ভ অসুৰক পুৰন্দৰে ॥
সেহিমতে যুধিষ্ঠিৰ ৰাজাক সমৰে।
কৰিলেক পীড়া বৰ শল্য নৃপবৰে ॥ ২৭২৯৪
দেখি বীৰ বৃকোদৰ সাত্যকি অপৰ।
সহদেৱ নকুলেয়ো ধৰি ধনুশৰ ॥
একে জোপে কোপে খেদি কৰিলা প্ৰহাৰ।
পৰ্ব্বত ঢাকিয়া যেন মেঘে বাৰিষাৰ ॥ ২৭২৯৫
নিৰন্তৰে শৰবৃষ্টি কৰে অহৰ্নিশে।
সেহিমতে চাৰি মহাৰথী দশোদিশে ॥
কৰিলেক শৰবৃষ্টি শল্যক ঢাকিয়া।
উৰু কৰ জানু জঙ্ঘা হৃদয় ভেদিয়া ॥ ২৭২৯৬
তথাপিতো কটাক্ষো নকৰে মদ্ৰৰাজ।
প্ৰমত্ত মাতঙ্গ যেন সংগ্ৰামৰ মাজ ॥
কৰে প্ৰতিকাৰ কৰি দাৰুণ প্ৰহাৰ।
নিৰ্ঘাত পৰয় যেন ধনুৰ টঙ্কাৰ ॥ ২৭২৯৭
একেশ্বৰে মদ্ৰৰাজ পাণ্ডৱ বিস্তৰ।
দেখি সিদ্ধ মুনিগণ চাৰণ কিন্নৰ ॥
সাধু সাধু বুলি প্ৰশংসিলা নিৰন্তৰ।
কৰিলন্ত পুষ্পবৃষ্টি শল্যৰ উপৰ ॥ ২৭২৯৮
বিপৰীত পৰাক্ৰম দেখি ৰঙ্গমনে।
হাসি হাসি কথন কৰন্ত দেৱগণে ॥
শল্যসম বীৰ নাই পৃথিৱীমণ্ডলে।
অস্ত্ৰত শস্ত্ৰত গদা শ্ৰমতে বা বলে ॥ ২৭২৯৯
আসন্ত আপুনি চক্ৰ ধৰি দেৱহৰি।
নুহি বলদেৱ হল মুষলক ধৰি ॥
যেৱে মদ্ৰপতি পৰিবেক ৰণ কৰি।
পৃথিৱীৰ বীৰ আৰ নাই তাঙ্ক সৰি ॥ ২৭৩০০
সাত্যকিক সম বীৰ আছে কোন আন।
পৃথিৱীতো নাই বৃকোদৰৰ সমান ॥
যুধিষ্ঠিৰ নৃপতিৰো নাই সমসৰ।
মাদ্ৰীপুত্ৰ সম কোন আছে ধনুৰ্দ্ধৰ ॥ ২৭৩০১
তথাপি হেনয় পাঞ্চ বীৰক সমৰে।
শল্য নৃপবৰে যুদ্ধ কৰে একেশ্বৰে ॥
পৰম নিৰ্ভয় যেন প্ৰমত্ত কেশৰী।
কুঞ্জৰগণক যুদ্ধ কৰে লীলা কৰি ॥ ২৭৩০২
সেহিমতে মদ্ৰৰাজে সমৰ কৰন্ত।
এহি বুলি শল্য শিৰে পুষ্প বৰিষন্ত ॥
পাচে কুন্তীসুত ভীমসেন ক্ৰোধ কৰি।
মহা ভয়ঙ্কৰ শূলপাট তুলি ধৰি ॥ ২৭৩০৩
শল্যৰ হৃদয়ে বীৰে কৰিলা সন্ধানে।
ধনু ধৰি পুনু ভেদিলন্ত একবাণে ॥
আৰো সাত শৰ হানিলন্ত অনিৰ্ব্বাৰ।
সাত্যকি শতেক বাণ কৰিলা প্ৰহাৰ ॥ ২৭৩০৪
ধৰ্ম্মৰাজে নবৈ শৰে নকুলে পঞ্চিশ।
সহদেৱে সাত শৰ হানি অসদৃশ ॥
পুনৰপি নয় বাণ মাৰিলা ত্বৰিত।
কৰিলন্ত পাঞ্চো সিংহনাদ বিপৰীত ॥ ২৭৩০৫
তাসম্বাৰ সিংহনাদ শুনি নৃপবৰ।
তুলি ধৰি ধনুখান আতি ভয়ঙ্কৰ ॥
সাত্যকিক মাৰিলেক পঞ্চাশ শায়ক।
তিনি ভল্ল শৰ হানি পীড়িলা ভীমক ॥ ২৭৩০৬

সাত শৰে নকুলৰো ভেদি কলেৱৰ।
ভল্ল নামে অস্ত্র ৰাজা ধৰিলা অপৰ ॥
সহদেৱ বীৰৰ কাটিলা ধনুখান।
পুনৰপি মাৰিলন্ত একবিংশ বাণ ॥ ২৭৩০৭
ছিন্ন ধনু সহদেৱ পেলাইয়া হাতৰ।
কোপমনে ধৰিলন্ত আন ধনু শৰ ॥
পাঞ্চ গোটা বাণ হানিলন্ত মাতুলক।
আকাশত যাই যেন পাঞ্চোটা চাতক ॥ ২৭৩০৮
সূৰ্য্য যেন প্ৰকাশন্ত আছে মদ্ৰৰাজ।
উভয় দলৰ ঘোৰ সংগ্ৰামৰ মাজ ॥
পৰিল ত্বৰিতে শৰ সিটো হৃদয়ত।
পাঞ্চ তৰু সমে যেন প্ৰকাশে পৰ্ব্বত ॥ ২৭৩০৯
মাদ্ৰীৰ তনয়ে পুনৰপি তিনি বাণে।
সাৰথিৰ হৃদয়ত ভেদিলা সন্ধানে ॥
নবৈ শৰে সাত্যকি সত্তৰি বৃকোদৰে।
ভেদিলা শল্যক ধৰ্ম্মৰাজে ষাঠি শৰে ॥ ২৭৩১০
শল্যৰ শৰীৰ হস্তে বহে তেজ ভৰি।
পৰ্ব্বতৰ হস্তে গেৰু পৰে সৰসৰি ॥
পাচে শল্যে ধনু ধৰি কৰিলা টঙ্কাৰ।
মহাৰথীসকলক কৰিলা প্ৰহাৰ ॥ ২৭৩১১
পাঞ্চো পাঞ্চ বাণে পাঞ্চ বীৰক ভেদিলা।
ভল্ল শৰে নৃপতিৰ ধেনুক ছেদিলা ॥
ধৰ্ম্মৰাজে আন ধনু ত্বৰিতে ধৰিলা।
কোপমনে ঘোৰ শৰ-বৃষ্টিক কৰিলা ॥ ২৭৩১২
ৰথধ্বজ সাৰথি ব্যথিত বৰ ভৈল।
দেখি মদ্ৰপতি মহাকোপে জ্বলি গৈল ॥
দশগোটা বাণ ধৰ্ম্মৰাজে যে মাৰিল।
সাত্যকিৰ ধনু খুৰ-প্ৰহাৰে কাটিল ॥ ২৭৩১৩
ভীমক প্ৰমুখ্যে পুনু পাঞ্চকো সমৰে।
ভেদিলা হৃদয়ে শল্য তিনি তিনি শৰে ॥
সাত্যকিৰ সত্য পৰাজয় সমৰত।
ধনুৰ্ব্বেদ দেখি কোপ কৰিলা মনত ॥ ২৭৩১৪
ধৰিলা তোমৰ তুলি মহা ভয়ঙ্কৰ।
অগ্ৰভাগ লোহাময় দণ্ড সুৱৰ্ণৰ ॥
শল্য নৃপতিক প্ৰতি প্ৰহাৰিলা পাচে।
ভীমসেন মাৰিলন্ত দুৰন্ত নৰাচে ॥ ২৭৩১৫
নকুলে হানিলা শক্তি সহদেৱে গদা।
যুধিষ্ঠিৰে শতঘনী প্ৰহাৰিলা তদা ॥
কৰিলা প্ৰহাৰ পাঞ্চো বীৰে পাঞ্চ অস্ত্ৰ।
দেখিয়া সমৰে মদ্ৰৰাজ লঘু-হস্ত ॥ ২৭৩১৬
বিপৰীত শক্তিগোট মাদ্ৰীতনয়ৰ।
খুৰ শৰে তাকো কাটিলন্ত মদ্ৰেশ্বৰ ॥
ভল্লে ছেদিলন্ত সাত্যকিৰ তোমৰক।
ঘোৰ বাণে কাটিলন্ত ভীমৰ শৰক ॥ ২৭৩১৭
অৰ্দ্ধচন্দ্ৰ শৰ হানি গদা সংহাৰিল।
খণ্ড খণ্ড হুয়া ৰণ-ভূমিত পৰিল ॥
শতঘ্নীকো শতভাগ কৰিয়া ছেদিল।
পাচে মদ্ৰপতি সিংহনাদক কৰিল ॥ ২৭৩১৮
পাণ্ডুপুত্ৰগণ সবে চাহিয়া আছন্ত।
ধনু ধৰি শল্যে সেনা কদন * কৰন্ত ॥
শত্ৰুৰ বিজয় যুযুধানে নসহিল।
ক্ৰোধে মূৰ্চ্ছা গৈয়া আন ধনুক ধৰিল ॥ ২৭৩১৯
মদ্ৰ নৃপতিক বিন্ধিলন্ত দুই বাণে।
সাৰথিক তিনি শৰে ভেদিলন্ত টানে ॥
তাৰ প্ৰতিকাৰ শল্যে তেখনে কৰিল।
দুই দুই শৰে পাঞ্চ বীৰক ভেদিল ॥ ২৭৩২০
অঙ্কুশৰ ঘাৱে যেন মদমত্ত দ্বিপ †।
ৰহিলা দূৰৈতে নাইলা শল্যৰ সমীপ ॥

* কদন—বিনাশ।
† দ্বিপ—হাতী।

মদ্রৰ সাক্ষাতে পাণ্ডৱৰ বীৰগণ।
নহৈল সামৰ্থ কৰিবাক প্ৰতি ৰণ ॥ ২৭৩২১
সবাকো সমৰে নিবাৰিলা ধনু ধৰি।
হস্তীগণ মধ্যে যেন প্ৰমত্ত কেশৰী ॥
অসংখ্যাত বীৰগণ কৰিলে কৰ্ত্তন।
দেখিয়া তোমাৰ পুত্ৰ ৰাজা দুৰ্য্যোধন ॥ ২৭৩২২
শল্যৰ বিক্ৰম দেখি আনন্দ লভিল।
মাৰিলেক পাণ্ডুগণ সমস্তে মৰিল ॥
পাঞ্চাল সৃঞ্জয়গণ হত ভৈল্ল ৰণে।
পাইলো ৰাজ্য বুলি বীৰে মানিলেক মনে ॥ ২৭৩২৩
পাচে পৰাভৱ বৰ দেখিয়া সেনাৰ।
প্ৰচণ্ড প্ৰতাপ বৃকোদৰ বীৰ সাৰ ॥
প্ৰাণ আশা এৰি সমৰক ভৈল ৰাজ।
খেদি গৈলা কোপে যেন মত্ত গজৰাজ ॥ ২৭৩২৪
মহা বলৱন্ত যুযুধানে হেন দেখি।
মদ্ৰকো খেদিয়া গৈল ক্ষণিকো নাপেক্ষি ॥
সহদেৱ নকুলেয়ো ধৰি ধনুশৰ।
বায়ুবেগে খেদি গৈলা সমীপে শল্যৰ ॥ ২৭৩২৫
কৰয় সংহাৰ মদ্ৰৰাজে সেনাগণ।
ভেদিলন্ত আগ মহাৰথী চাৰিজন ॥
অৰ্দ্ধচন্দ্ৰ কণিয়ালি ভল্ল বৎসদন্ত।
প্ৰাশ পৰিঘ গদা হানে অপৰ্য্যন্ত ॥ ২৭৩২৬
আৰো নানা অস্ত্ৰগণ বাছিয়া হানন্ত।
পৰ্ব্বতক ঢাকি যেন শৰ বৰিষন্ত ॥
ৰথে চৰি চাৰি চাৰি দিশ বেঢ়িলন্ত।
ঘনে ঘনে দিব্য ধনু মণ্ডল কৰন্ত ॥ ২৭৩২৭
পাচে মদ্ৰৰাজ দিব্য ৰথৰ উপৰে।
নানা অলঙ্কাৰে মণ্ডিলেক কলেৱৰে ॥
শৃঙ্গে সমে যেন প্ৰকাশয় গিৰিবৰ।
শল্য নৃপতিৰ সেহিমতে পটন্তৰ ॥ ২৭৩২৮
দিব্য ৰথখান গিৰিবৰ সমসৰ।
মহা শৃঙ্গ সম সিটো শল্যৰ শৰীৰ ॥
নানা ৰত্নগণ তাত সহজে আছয়।
বৃক্ষচয় ভৈল সিটো অস্ত্ৰ সমস্তয় ॥ ২৭৩২৯
শোণিতে নিজৰা বহি যাই অহৰ্নিশে ॥
যেন জলধাৰা চাৰি ৰথীয়ে বৰিষে ॥
চাৰিদিশে চাৰিখান আছে ইন্দ্ৰধনু।
বীৰনাদে মেঘৰ গৰ্জ্জন পুনু পুনু ॥ ২৭৩৩০
বজ্ৰপাত যেন মহা ধনুৰ টঙ্কাৰ।
গুণৰ চলনে ঘনে বিদ্যুত সঞ্চাৰ ॥
পাণ্ডুৰ নন্দন ধৰ্ম্মৰাজে অনন্তৰে।
ৰথত চৰিয়া খেদি গৈলন্ত সত্বৰে ॥ ২৭৩৩১
ধনুগুৰ্ণ মাজি শৰ টঙ্কাৰ কৰিল।
আকৰ্ণ শৰদে দশো দিশক পূৰিল ॥
শল্যৰ চক্ৰক ৰাখে যিটো দুই বীৰ।
খুৰপতি শৰ হানি ছেদিলন্ত শিৰ ॥ ২৭৩৩২
হেন দেখি মদ্ৰৰাজে দুগুণে কিটাইল।
ক্ৰোধে কম্পমান হুয়া পাণ্ডৱক ধাইল ॥
প্ৰচণ্ড প্ৰতাপ শল্য বীৰ অসদৃশ।
মহা ধনুৰ্দ্ধৰ ৰণে অজয় মুনিষ ॥ ২৭৩৩৩
যুগান্ত কালত যেন যম সংহৰয়!
সেহিমতে বীৰে বিনাশিলা ৰথীচয় ॥
শল্যৰ বিক্ৰম হেন দেখি অদভুত।
পৰম বিস্ময় ধৰ্ম্মৰাজ কুন্তীসুত ॥ ২৭৩৩৪
শুনিয়োক সৰ্ব্বজন কথা ভাৰতৰ।
যাহাৰ স্মৰণে তুষ্ট হোৱে চৰাচৰ ॥
জীৱৈ মানে থাকে মহাসুখে ধনে জনে।
অন্তকালে থিত হোৱে বৈকুণ্ঠ ভুৱনে ॥
জানি বৃথা কথা তেজিয়োক নিৰন্তৰে।
বোলা ৰাম ৰাম কহে দীন দাস্যোলাবে। ২৭৩৩৫

অৰ্জ্জুন-অশ্বত্থামাৰ যুদ্ধ

ছবি

সঞ্জয় বদতি প্ৰভু শুনিয়োক কুৰুবৰ
যেন কথা ভৈলা অনন্তৰ।
অসন্তোষে ধৰ্ম্মৰাজ মনত গুণন্ত পাচে
পৰাক্ৰম দেখিয়া শল্যৰ॥
ৰাজ-সমাজৰ মাজে বুলিলন্ত যদুৰাজে
মদ্ৰ নৃপতিক বধিবাক।
প্ৰলয়ৰ ৰুদ্ৰ যেন শল্যকো দেখন্তে তেন
কেনমতে মাৰিবোহো আক॥ ২৭৩৩৬
যেন পদ্মবন মাজে মদমত্ত গজৰাজে
অপ্ৰয়াসে কৰয় কদন।
ৰথী ৰথ ঘোটকক মদমত্ত কুঞ্জৰক
সেহিমতে কৰয় মৰ্দ্দন॥
সহদেৱ নকুলৰ বিশাল চোখাল শৰ
দেখি যেন ত্ৰিশূল সকল।
দেখো সিটো বিদ্যমান মদ্ৰৰ শৰীৰে বাণ
পৰি ভৈল সমস্তে বিফল॥ ২৭৩৩৭
ভীম সাত্যকিৰ শৰে পৰ্ব্বত বিদাৰ কৰে
সমুদ্ৰক শুষিবে সামৰ্থ।
যমদণ্ড পটন্তৰ হেনয় দাৰুণ শৰ
শল্যৰ শৰীৰে ভৈল ব্যৰ্থ॥
মোৰ ইষ্টদেৱ নিজ প্ৰভুৰ বচন সত্য
কেনমতে কৰিবো সম্প্ৰতি।
এহিমতে চিন্তা কৰি কৃষ্ণৰ চৰণ চিন্তি
সমৰক গৈলা মহামতি॥ ২৭৩৩৮
হয় হস্তী ৰথী ৰথ সাজি ৰাজ নিৰন্তৰ
খেদি গৈলা শল্য নৃপতিক।
সিংহনাদে নানা বাদ্যে অশ্ব-কুঞ্জৰৰ শব্দে
দলদোপ কৰি পৃথিবীক॥
বাৰিষাৰ মেঘগণ বায়ুৰাজে আনিলন্ত
পৃথিৱীত জলবৃষ্টি কৰে।
সেহিমতে ধৰ্ম্মৰাজে সামৰাজ হুয়া সাজে
আচ্ছাদিল দশোদিশ শৰে॥ ২৭৩৩৯
হেন দেখি মদ্ৰেশ্বৰে মহাধনু ধৰি শৰ
অস্ত্ৰগণ কৰিলা প্ৰহাৰ।
আকাশত দেখি যেন সোণাৰ ফৰিঙ্গা হেন
উৰি যাই কৰিয়া আন্ধাৰ॥
পৃথিৱীত জাকে জাকে পৰে সবে দেখি তাক
যেন নানা বনপক্ষীচয়।
কতো আসে কতো পৰে নানাবিধ শব্দ কৰে
নাহিকে বিচ্ছেদ ক্ষয় বয়॥ ২৭৩৪০
শৰে হেন অন্ধকাৰ নেদেখয় কাকো আৰ
কৌৰৱ পাণ্ডৱ দুয়োদলে।
লঘু হস্ত মদ্ৰৰাজ ঘোৰ সংগ্ৰামৰ মাজ
শৰময় কৰিল সকলে॥
সসৈন্যে সহিতে পাচে ধৰ্ম্ম নৃপতিক পীড়ি
সিংহ যেন নাদে ঘনে ঘন।
শল্যৰ বিক্ৰম হেন দেখিয়া বিস্ময় মন
গন্ধৰ্ব্ব কিন্নৰ দেৱগণ॥ ২৭৩৪১
যুধিষ্ঠিৰ নৃপবৰ যুযুধান বৃকোদৰ
মাদ্ৰীৰ তনয় সহদেৱ।
নকুল প্ৰমুখ্যে আনো শল্যক যুদ্ধক প্ৰতি
আগবাঢ়ি নাসিলন্ত কেৱ॥
পাণ্ডৱৰ ৰণ ভঙ্গে পাচে মদ্ৰপতি ৰঙ্গে
বল দিয়া শঙ্খ গোট বাইল।
শুনি বীৰ অশ্বত্থামা ক্ষণেকো নকৰি ক্ষমা
সহদেৱ নকুলক ধাইল॥ ২৭৩৪২
হেন দেখি ধনঞ্জয় ধৰি দিব্য শৰচয়
গুৰু তনয়ক প্ৰহাৰিলা।

তান যত অনুচৰ বীৰগণ ত্ৰিগৰ্ত্তৰ
নিৰন্তৰে সবাকো তাড়িলা ॥
পুনৰপি কোপ কৰি তিনি শিলীমুখ ধৰি
ভেদিলন্ত দ্ৰোণীৰ হৃদয়।
আৰো দুই দুই শৰে প্ৰহাৰিলা নিৰন্তৰে
সমস্ত ৰথীক ধনঞ্জয় ॥ ২৭৩৪৩
তথাপিতো বীৰগণ নেৰিল দুৰ্ঘোৰ ৰণ
অসংখ্যাত শৰ প্ৰহাৰিলা।
বাৰিষাৰ মেঘে যেন অবিচ্ছেদ কৰে বৃষ্টি
দশোদিশ বিদিশ ঢাকিলা ॥
দ্ৰোণীক কৰিয়া আগ অৰ্জ্জুনক নেদে লাগ
সমৰত বধিবাক আশে।
ত্ৰিতয় হাজাৰ ৰথী এহিমতে কৰে ৰণ
ৰথে ছড়ি বেড়ি আশে পাশে ॥২৭৩৪৪
সুবৰ্ণ পুঙ্খিয়া শৰ জাকে জাকে পৰে গৈয়া
অৰ্জ্জুনৰ ৰথৰ উপৰে।
ধ্বজ দণ্ড পতাকাকো ভেদিলন্ত নিৰন্তৰে
ফুটিলন্ত দেৱ চক্ৰধৰে ॥
আপুনিও শৰজালে ফুটিলন্ত ধনঞ্জয়ে
কুশগাছ দিতে সন্ধি নাই।
হেনয় অদ্ভুত যুদ্ধ কৰ্ণপথে নৈয়ো শুনি
চক্ষুৰ গোচৰ কোনো ঠাই ॥ ২৭৩৪৫
একশত উল্কা সমে প্ৰকাশ কৰয় যেন
পৃথিৱীত নামিয়া বিমানে।
নানা অস্ত্ৰ শস্ত্ৰ সমে সেহিমতে শোভা কৰে
কৃষ্ণ-অৰ্জ্জুনৰ ৰথখানে ॥
পাচে বীৰ ধনঞ্জয় শপাইত শৰচয়
অসংখ্যাত প্ৰহাৰ কৰিল।
উৰু শিৰ কৰ কটি জান্মু জঙ্ঘা হৃদি ফুটি
ৰথীগণ বিস্তৰ মৰিল ॥ ২৭৩৪৬

জম্বুনদ সুবৰ্ণৰ শৰদণ্ড মনোহৰ
তাহাতে পাৰ্থক আছে লেখি।
সিটো ৰণ ধৰণীত দশোদিশ মনোনীত
অৰ্জ্জুনৰ মূৰ্ত্তিময় দেখি ॥
ধনঞ্জয় হুতাশন দহিলন্ত ৰথীগণ
প্ৰকাশয় সমৰ ধৰণী।
পতাকা ৰথৰ চক্ৰে তূণ বাণে বহু অস্ত্ৰে
ঈশাদণ্ডে যুৱালি জোটনি ॥ ২৭৩৪৭
বিচিত্ৰ চামৰছত্ৰে ধ্বজ অলঙ্কাৰে ৰত্নে
কুণ্ডল কিৰীটি সম শিৰে।
সহস্ৰ সংখ্যাত বাহু উৰু জানু জঙ্ঘা ছেদি
ৰথ পথ ঢাকিলন্ত বীৰে ॥
দুতয় সহস্ৰ ৰথ ৰথী সমে ক্ষণিতেকে
সংহাৰিলা অৰ্জ্জুনে সকলে।
প্ৰলয় কালৰ যেন ভীষণ অগনি কুণ্ড
সেহিমত কুন্তীসুত জ্বলে ॥ ২৭৩৪৮

## ছবি

হেন পৰাক্ৰম দেখিয়া পাৰ্থৰ
অশ্বত্থামা মহাভাগ।
আপুনাৰ ৰথে চৰিয়া সত্বৰে
ভেটিলন্ত তাৰ আগ ॥
দুইৰো ৰথৰ শ্বেত মনোহৰ
বেগৱন্ত বায়ু সম।
দুয়ো মহাবল পুৰুষ শাৰ্দ্দূল
সংগ্ৰামত দুয়ো যম ॥ ২৭৩৪৯
ধনঞ্জয় দ্ৰোণী বীৰ চূড়ামণি
প্ৰহাৰে দুয়ো দাৰুণ।
দুয়ো লঘু হস্ত জানে নানা অস্ত্ৰ
বয়সে দুয়ো তৰুণ ॥

অশ্বত্থামা পাচে বাহুয় নাৰাচে
ভেদিলা পাৰ্থৰ তনু।
দশ শৰ হানি আতি দৃঢ় কৰি
আজুৰি আনিয়া ধনু ॥২৭৩৫০
গোবিন্দৰ অঙ্গে মাৰিলন্ত খঙ্গে
হৃদয়ে পশিল টানে।
তথাপি প্ৰহাৰ নকৰি অৰ্জ্জুনে
আছিলা মুহূৰ্ত্ত মানে ॥
গাণ্ডীৱ ধনুৰ ধৰি উপৰক
ৰহিলা নকৰি শৰ।
গুৰু তনয়ক মান্য কৰি বীৰে
হাসি হাসি অনন্তৰ ॥২৭৩৫১
সাৰথি ৰথক দুতয় শায়ক
মাতিলন্ত অল্প কৰি।
তথাপিতো সিটো চাৰিয়ো ঘোটক
তাৰক্ষণে গৈল মৰি ॥
পাণ্ডৱৰ কৰ্ম্ম দেখি অশ্বত্থামা
কিঞ্চিত হাস্য কৰিয়া।
ৰথৰ নামিয়া ভূমিত থাকিলা
মুষল তুলি ধৰিয়া ॥২৭৩৫২
অৰ্জ্জুনক প্ৰতি প্ৰহাৰ কৰিয়া
আকাশে চলিয়া যাই।
যেন পাট মুৰ মুণ্ডিয়া আছয়
দাৰুণ পৰিঘ প্ৰায় ॥
দেখি ধনঞ্জয় মাৰি শৰচয়
কৰিলন্ত খণ্ড খণ্ড।
সাত ভাগ হুয়া পৰিল ভূমিত
প্ৰচণ্ড মুষল দণ্ড ॥২৭৩৫৩
দেখিয়া দ্ৰোণীৰ কাম্পয় শৰীৰ
ক্ৰোধ জ্বলি গৈল ৰব।
গিৰি শৃঙ্গ যেন পৰিঘ ধৰিলা
বজ্ৰ যেন ভয়ঙ্কৰ ॥
হৃদয়ক লক্ষ্য কৰিয়া মাৰিল
দ্ৰোণী ৰণে বিশাৰদ।
গগন মণ্ডলে বায়ু বেগে চলে
আকৰ্ণ কৰি শব্দ ॥২৭৩৫৪
জ্বলন্ত অগনি সদৃশ পৰিঘ
আসে দেখি সব্যসাচী।
আতি খৰতৰ পাঞ্চপাট শৰ
তূণৰ লৈলন্ত বাছি ॥
পৰিঘক লক্ষ্য কৰি মাৰিলন্ত
আকাশত পাইল লাগ।
পাঞ্চপাট শৰে পুণী যেন কাটি
কৰিলন্ত ভাগ ভাগ ॥২৭৩৫৫
আৰো তিনি শৰ আতি ভয়ঙ্কৰ
গুণত জুৰিলা আনি।
গুৰু তনয়ৰ ভেদিলা হৃদয়
আকৰ্ণ পূৰিয়া টানি ॥
দাৰুণ প্ৰহাৰে নকম্পিলা দ্ৰোণী
পৌৰুষ ৰাখি ৰহিলা।
কৰে ধনু ধৰি শৰবৃষ্টি কৰি
আকাশ সমে পূৰিলা ॥২৭৩৫৬
পাচে মহাৰথ নামত সুৰথ
দ্ৰুপদ ৰাজাৰ ভাই।
বিক্ৰম দ্ৰোণীৰ নসহিয়া বীৰ
ৰথে চৰি গৈলা ধাই ॥
ৰথৰ সম্বাদ যেন মেঘনাদ
ধনুৰ কৰি টঙ্কাৰ।
অতি তীক্ষ্ণতৰ শণাইত শৰ
কৰন্তে গৈল প্ৰহাৰ ॥২৭৩৫৭

কোপে মহাৰথ আসয় সুৰথ
দেখিয়া গুৰুনন্দনে।
খঙ্গাল সৰ্পক প্ৰহাৰ কৰিল
নজানি যেন চৰণে॥
সেহিমতে বলী কোপে গৈল জ্বলি
সুৰথৰ দৰশনে।
ভ্ৰূভঙ্গ কৰিয়া দশন কামুৰি
নয়ন ফুৰাৱে ঘনে॥২৭৩৫৮
যেন যমদণ্ড কৰাল প্ৰচণ্ড
গুণত জুৰিলা আনি।
বক্ষস্থল ক্ষয় কৰিয়া ত্বৰিত
বল দি মাৰিলা টানি॥
গগন মণ্ডলে শৰে পাক কৰে
পাশ পাইলা সুৰথৰ।
হৃদয় বিদাৰি পৃথিৱীত সিটো
পশিল নৰাচ শৰ॥২৭৩৫৯
মহাক্ৰোধ হন্তে কাম্পতে ঝাম্পতে
সুৰথ পৰিল সৰি।
গিৰি শৃঙ্গ যেন ভুমিত পৰিলা
দেৱৰাজ গৈল ডৰি॥
সমৰে সুৰথ ধৰি মহাৰথ
গুৰুপুত্ৰ অশ্বত্থামা।
তাহানে ৰথৰ উপৰে সত্বৰে
চৰিলন্ত ঘোৰ কৰ্ম্মা॥২৭৩৬০
সংসপ্ত দলক লৈয়া অৰ্জ্জুনক
কৰিলন্ত ঘোৰ ৰণ।
পাৰ্থ একেশ্বৰ আমাৰ বিস্তৰ
বেঢ়ি মাৰে বীৰগণ॥
তুতয় প্ৰহৰ গত দিনকৰ
প্ৰলয় হৈল প্ৰজাৰ।
কুন্তীৰ তনয় পূৰ্ণ কৰিলন্ত
নগৰ যম ৰাজাৰ॥২৭৩৬১
বীৰ অৰ্জ্জুনৰ দ্ৰোণৰ পুত্ৰৰ
সমৰ সংহৰি থওঁ।
দুৰ্য্যোধন আদি বীৰসকলৰ
যুদ্ধৰ কাহিনী কওঁ॥
নমো যদুপতি চৰণে সম্প্ৰতি
দণ্ডৱতে কোটিবাৰ।
মই অনাথক তুমি নাথ বিনে
তাৰিবেক কোনে আৰ॥২৭৩৬২
তুমি নিজ স্বামী নজানোহো আমি
মায়ায়ে মোহিলে মোক।
কাম ক্ৰোধ লোভ মোহ অহঙ্কাৰ
নছাড়য় চিন্তা মোক॥
এবে দীনবন্ধু কৃপা একবিন্দু
পতিতক কৰিয়োক।
মুখে তয়ু নাম কৰ্ণে অবিশ্ৰাম
নিৰ্ম্মল গুণ শুনোক॥২৭৩৬৩
তোমাৰ দাসৰ দাসৰ সঙ্গত
সদা মোৰ হৌক ৰতি।
অভয় চৰণ কমলত মন
ৰহোক মজি সম্প্ৰতি॥
এতেক প্ৰসাদ মাগো তয়ু পাৱে
কৰা প্ৰভু পূৰ্ণ কাম।
কহে দামোদৰ নিৰন্তৰে নৰ
ডাকি বোলা ৰাম ৰাম॥২৭৩৬৪

শল্য বধ

পদ

সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
ধৃষ্টদ্যুম্ন সমে যুদ্ধ তয়ু তনয়ৰ॥

কৰে ধনু ধৰি দুৰ্য্যোধন নৰপতি।
ৰথে চৰি গৈলা ধৃষ্টদ্যুম্নক সম্প্ৰতি ॥ ২৭৩৬৫
শূল শক্তি শৰ অসংখ্যাত ৰৰিষন্তে।
যেন মহা মেঘখণ্ড চলিল গৰ্জ্জন্তে ॥
পাচে পাঞ্চ বাণ ৰাজা হানিলা সত্বৰে।
দ্ৰোণৰ শত্ৰুৰ হানিলন্ত কলেৱৰে ॥ ২৭৩৬৬
পুনৰপি সাত শৰে হৃদয় ভেদিল।
পাচে ধৃষ্টদ্যুম্ন বীৰ ক্ৰোধত জ্বলিল ॥
সত্তৰি শায়ক বাছি জুৰিলা গুণত।
দুৰ্য্যোধন নৃপতিৰ হানিলা বুকত ॥ ২৭৩৬৭
পৰম দাৰুণ ধৃষ্টদ্যুম্নৰ প্ৰহাৰ।
লভিয়া কম্পিল তনু কৌৰৱ ৰাজাৰ ॥
ভ্ৰাতৃক দুৰ্ব্বল দেখি তযু পুত্ৰচয়।
খেদি গৈল লগে লৈয়া সেনা সমস্তয় ॥ ২৭৩৬৮
আনো ৰাজাগণ ৰাজপুত্ৰ নিৰন্তৰে।
খেদি গৈলা কোপে ধৃষ্টদ্যুম্নক সমৰে ॥
দশোদিশে বেঢ়ি প্ৰহাৰয় অস্ত্ৰশস্ত্ৰ।
দেখাই আপুনাৰ বলবীৰ্য্য লঘুহস্ত ॥ ২৭৩৬৯
কৃতবৰ্ম্মা শিখণ্ডীৰ লাগিল সমৰ।
ভদ্ৰকৰ সমে যুদ্ধ গৌতম পুত্ৰৰ ॥
আনো বীৰগণে ৰণ-পাশা পাতিলেক।
আপুনাৰ নিজপ্ৰাণ তাত আৰিলেক ॥ ২৭৩৭০
কুৰু-পাণ্ডৱৰ বীৰগণ নিৰন্তৰ।
আপুনাৰ জয় হেতু কৰন্ত সমৰ ॥
আউল জাউল যুদ্ধ কৰে নিৰন্তৰে।
নকৰিলো পদ আৰ বাহুল্যক ডৰে ॥ ২৭৩৭১
আৰ সাৰ উদ্ধাৰিয়া কৰিলো গ্ৰন্থন।
জানি নিন্দা নকৰিবা সভাসদগণ ॥
পাণ্ডৱৰ ৰথীগণ শল্য নৃপবৰ।
শুনা যেনমতে ঘোৰ কৰিলা সমৰ ॥ ২৭৩৭২

শৰবৃষ্টি কৰি শল্যে ঢাকিল গগন।
কৰিলেক পীড়া পাণ্ডৱৰ বীৰগণ ॥
ভীম সাত্যকিকো পীড়িলেক হানি শৰ।
বাণাঘাতে জৰ্জ্জৰিত দুইৰো কলেৱৰ ॥ ২৭৩৭৩
সহদেৱ নকুল যৱজা দুই বীৰ।
যম সম পৰাক্ৰম দুৰ্জ্জয় শৰীৰ ॥
তাহানো শৰীৰ ভেদিলেক মদ্ৰৰাজা।
নাই তেজ মাংস ৰহি আছে অস্থি মজ্জা ॥ ২৭৩৭৪
শুখান বনক যেন দহে হুতাশন।
সেহিমতে শল্যে সেনা কৰয় দলন ॥
মাতুলৰ পৰাক্ৰম নকুলে আকলি।
আতি শীঘ্ৰে খেদি পাচে গৈলা মহাবলী ॥ ২৭৩৭৫
মাদ্ৰীৰ তনয়ে হানিলেক দশ বাণ।
দশোদিশ কৰিলেক শৰে আচ্ছাদন ॥
আৰ দশ শৰ বাছি লৈলা ভালমত।
হাসি হাসি হানিলেক হৃদয় মধ্যত ॥ ২৭৩৭৬
সুৱৰ্ণ পুংখিয়া শণাইত ইটো শৰ।
ভেদিলেক মৰ্ম্মস্থান নৃপতি শল্যৰ ॥
কিঞ্চিত বিহ্বল ভাৱে আছিলা নৃপতি।
হানিল অসংখ্য বাণ নকুলক প্ৰতি ॥ ২৭৩৭৭
মাতুলৰ পাইলা বীৰ দাৰুণ প্ৰহাৰ।
চমৎকাৰে ৰহিলন্ত মাদ্ৰীৰ কুমাৰ ॥
হেন দেখি ধৰ্ম্মৰাজ সাত্যকি অপৰ।
মাদ্ৰীপুত্ৰ সহদেৱ বীৰ বৃকোদৰ ॥ ২৭৩৭৮
এহি চাৰি মহাৰথী খেদি এক জোগে।
দশন কামুৰি ধনু ধৰি মহাকোপে ॥
ৰথচক্ৰঘোষে দশোদিশক পূৰিল।
দলদোপ কৰি মহীমণ্ডল লৰিল ॥ ২৭৩৭৯
সংহৰিতে শত্ৰুক আছয় মদ্ৰৰাজ।
বেঢ়িলেক চাৰি বীৰে সংগ্ৰামৰ মাজ ॥

মহাধনু ধৰি কোপে মদ্র নৃপবৰ।
ৰাজা যুধিষ্ঠিৰক হানিলা তিনি শৰ ॥ ২৭৩৮০
সাত শৰ প্ৰহাৰিলা ভীমৰ গাৱত।
সাত্যকিক মাৰিলন্ত বাণ এক শত ॥
সহদেৱ শৰীৰে বিন্ধিলা তিনি শৰ।
খুৰপতি বাণ ৰাজা হানি অনন্তৰ ॥ ২৭৩৮১
সুৱৰ্ণ মণ্ডিত দিব্য ধনু নকুলৰ।
ছেদিলা লীলায়ে মদ্রপতি ধনুৰ্দ্ধৰ ॥
নকুলে অৰ্দ্ধেক ধনু আচাৰি পেলাইলা।
আন ধনু ধৰি কোপে পুনৰপি ধাইলা ॥ ২৭৩৮২
যুধিষ্ঠিৰ দশ সহদেৱে দশ শৰে।
ষাঠি শৰ মদ্রক মাৰিলা বৃকোদৰে ॥
নৱ গোটা বাণ মাৰিলন্ত যুযুধান।
শৰ ঘাৱে মদ্রৰাজা কোপে কম্পমান ॥ ২৭৩৮৩
আকৰ্ণ পুৰিয়া ধনু আজুৰিয়া টানে।
নৱ শৰে সাত্যকিক তাড়িলা সন্ধানে ॥
পুনৰপি মাৰিলন্ত সত্তৰি শায়ক।
আৰো চাৰি শৰ মাৰি ৰথৰ ঘোটক ॥ ২৭৩৮৪
আঠ বাণে হাততে কাটিলা ধনু শৰ।
সাৰথিকো বিৰথ কৰিলা নৃপবৰ ॥
সহদেৱ নকুলক ভীমক সমৰে।
তিনিয়ো বীৰক পীড়িল শত শৰে ॥ ২৭৩৮৫
যুধিষ্ঠিৰ নৃপতিক সংগ্ৰামৰ মাজে।
ভেদিলা হৃদয় দশশৰে মদ্রৰাজে ॥
অদ্ভুত সমৰ ৰাজা দেখিলা শল্যৰ।
বিস্তৰ বীৰক খেদি যাই একেশ্বৰ ॥ ২৭৩৮৬
সাত্যকি দেখন্ত পাণ্ডুগণ নিৰন্তৰ।
বশবৰ্ত্তী হৈল ৰণে নৃপতি শল্যৰ ॥
পৰ বীৰ বিমৰ্দ্দন বীৰ যুযুধান।
ত্বৰিতে ধৰিয়া পাচে আন ধনুখান ॥ ২৭৩৮৭
শল্য পৱনৰ বেগে আন ৰথে চড়ি।
সমৰে মদ্রক খেদি গৈল ভৰভৰি ॥
সাত্যকি আসন্ত খেদি দেখি মদ্রপতি।
আগবাঢ়ি গৈলা কোপমনে মহামতি ॥ ২৭৩৮৮
অদভুত ঘোৰ যুদ্ধ হৈল দুহান্তৰ।
যেনমতে যুদ্ধ হৈল বলি বাসৱৰ ॥
আগে পাচে মদ্রৰাজ দেখি যুযুধান।
ৰহ ৰহ বুলি মাৰিলন্ত দশ বাণ ॥ ২৭৩৮৯
হেন দেখি মদ্রৰাজ কোপে কম্পমান।
জ্বলন্ত অনল সম বাছি লৈলা বাণ ॥
সুৱৰ্ণ পুংখিয়া শৰ আতি তীক্ষ্ণতৰ।
কৰ্ণমানে টানি প্ৰহাৰিলা নৃপবৰ ॥ ২৭৩৯০
সন্ধানে পৰিল সাত্যকিৰ হৃদয়ত।
তম্ভিয়া ৰহিলা বীৰে ধৰিয়া ধ্বজত ॥
দেখি পাচে মহাধনু ধৰি পাণ্ডুগণে।
খেদি গৈলা ক্ৰোধে মাতুলক বধ মনে ॥ ২৭৩৯১
লাগিল তুমুল যুদ্ধ শল্য পাণ্ডৱৰ।
নদী যেন বহি যায় তেজে মনুষ্যৰ ॥
শৰগণে সিংহনাদ কৰে ঘনে ঘন।
অন্যো অন্যে আক্ষেপ কৰয় বীৰগণ ॥ ২৭৩৯২
সহস্ৰে সহস্ৰে শৰ কৰয় প্ৰহাৰ।
ঢাকিল পৃথিবীখান নেদেখয় আৰ ॥
গগন মণ্ডল ঢাকিলেক নিৰন্তৰে।
অৰ্দ্ধে ঊৰ্দ্ধে দশোদিশে ঢাকিলেক শৰে ॥ ২৭৩৯৩
প্ৰচণ্ড প্ৰতাপে পাচে মদ্র নৃপবৰ।
কৰন্ত প্ৰহাৰ শৰ সদৃশ সৰ্পৰ ॥
সুৱৰ্ণৰ পুংখ প্ৰকাশয় কচিকৰ।
জোৰন্তে মাৰন্তে নেদেখয় একো নৰ ॥ ২৭৩৯৪
পাণ্ডৱৰ শৰে ছেদি কৰিলে নিৰ্য্যাণ।
গুচিল আন্ধাৰ ৰবিমণ্ডল প্ৰসন্ন ॥

পৰম বিক্ৰম বীৰ বৈৰ বিমৰ্দ্দন।
সবাকো সমৰে একেবাৰে কৰে ৰণ ॥ ২৭৩৯৫
শল্যৰ ধনুৰ হস্তে বাণ বাহিৰায়।
কন কন কৰি শৰ গগনে সোমাই ॥
গজ বাজী মনুষ্যত পৰৈ শৰচয়।
নাহি ছেদভেদ যেন মেঘ বাৰিষায় ॥ ২৭৩৯৬
শৰে ঢাকিলেক ৰণভূমি নিৰন্তৰ।
বায়ুবেগে ৰথখান ফুৰয় শল্যৰ ॥
পাচে সমদলে কৌৰৱৰ বীৰগণ।
শল্য সখা কৰি পাণ্ডৱক দিলা ৰণ ॥ ২৭৩৯৭
মাৰৈ কুৰুগণে খেদি পাণ্ডৱসেনাক।
একেশ্বৰে ভীমে নিবাৰণ কৰে তাক ॥
কৃষ্ণ ধনঞ্জয় দূৰহস্তে দেখিলন্ত।
পাচে কোপমনে দ্ৰুতে খেদিয়া গৈলন্ত ॥ ২৭৩৯৮
কৃপ কৃতবৰ্ম্মা আগবাঢ়ি দিলা ৰণ।
সঙ্গত যৱনসেনা সংসপ্তকগণ ॥
সসৈন্য শকুনি খেদি আসে বৰ ৰাগে।
ভেদিলন্ত আগ সহদেৱ মহাভাগে ॥ ২৭৩৯৯
পাঞ্চালিৰ পাঞ্চপুত্ৰ শিখণ্ডীৰহিত।
ধনু ধৰি দ্ৰোণীৰ আগত উপস্থিত ॥
সসৈন্যে সহিতে ধৰ্ম্মৰাজা যুধিষ্ঠিৰ।
সাত্যকি নকুল সহদেৱ মহাবীৰ ॥ ২৭৪০০
শল্য নৃপতিক সবে কৰিল সমৰ।
লাগিল দাৰুণ যুদ্ধ কুৰু-পাণ্ডৱৰ ॥
পৰম অদ্ভুত কৰ্ম্ম মদ্ৰ নৃপতিৰ।
উভয় দলত নেদেখোহো হেন বীৰ ॥ ২৭৪০১
সসৈন্যে সহিতে পাণ্ডুগণে যুদ্ধ কৰি।
তথাপিতো মদ্ৰৰাজে কটাক্ষ নকৰি ॥
তীক্ষ্ণতৰ শৰগণ মাৰি বীৰ শল্য।
যুধিষ্ঠিৰ নৃপতিক কৰিল বিকল্য ॥ ২৭৪০২

চন্দ্ৰক পীড়িল যেন শনি-সুৰ গ্ৰহে।
ধৰ্ম্ম নৃপতিক শল্যে পীড়িলা বিগ্ৰহে ॥
অহিৰ্বিষ সৰ্প যেন প্ৰহাৰয় শৰ।
ভীমক খেদিয়া পাচে গৈল নৃপবৰ ॥ ২৭৪০৩
মদ্ৰৰ বিক্ৰম দেখি হস্ত লাঘৱয়।
যত কুৰুগণ যত পাণ্ডৱ আছয় ॥
সাধুৰ্ব্বাদ বচনে সবে কৰিলেক পূজা।
পলাই মহাভয়ে যত পাণ্ডৱৰ প্ৰজা ॥ ২৭৪০৪
সৈন্যসকলক ধৰ্ম্ম কৰন্ত আশ্বাস।
তথাপি পলাই শল্য হস্তে হুয়া ত্ৰাস ॥
মাৰিলেক শল্য অসংখ্যাত বীৰগণ।
দেখি ৰাজা যুধিষ্ঠিৰ হুয়া কোপমন ॥ ২৭৪০৫
আপুনাৰ পৌৰুষ আচৰি ধৰি বাণ।
শল্য নৃপতিক প্ৰতি কৰিলা সন্ধান ॥
কিবা ৰণজয় কিবা সমৰত হত।
কৰিলা নিশ্চয় ৰাজা চিন্তিয়া মনত ॥ ২৭৪০৬
মোৰ ইষ্টদেৱ কৃষ্ণে বুলিলন্ত কাজ।
বধিৰ অৱশ্যে সমৰত মদ্ৰৰাজ ॥
সিটো বাক্য সত্য মোৰ কৰিবাক লাগে।
যেহি লাগে সেহি হৌক পাচে কৰ্ম্মভাগে ॥২৭৪০৭
কোটি গুণে সম যদি হোৱে মোক ধিক।
তথাপি সমৰে বধিবোহো নৃপতিক ॥
কদাচিতো ব্যৰ্থ নোহে কৃষ্ণৰ বচন।
এতেকে অৱশ্যে সিদ্ধ হৈব প্ৰয়োজন ॥ ২৭৪০৮
হেন অনুভৱ কৰি কুন্তীৰ নন্দন।
ভ্ৰাতৃসকলক হেন বুলিলা বচন ॥
মাধৱক শুনায়া বোলন্ত নৃপবৰ।
শুনিয়ো সোদৰ বীৰগণ নিৰন্তৰ ॥ ২৭৪০৯
ভীষ্ম গুৰু দ্ৰোণ কৰ্ণ আনো ৰাজাবৰ্গ।
কৌৰৱৰ অৰ্থে প্ৰাণ কৰিলা উৎসৰ্গ ॥

সবাকো বধিলা তোৰা কৰিয়া সমৰ।
মোৰ শেষভাগ আছে শল্য নৃপবৰ ॥ ২৭৪১০
অৱশ্যে বধিবো তাক ঘোৰ সমৰত।
ক্ষত্ৰিয়ৰ ধৰ্ম্মে গোবিন্দৰ বচনত ॥
ইন্দ্ৰবো অজয় মোৰ কনিষ্ঠ দুতয়।
সহদেৱ নকুল যে মাদ্ৰীৰ তনয় ॥ ২৭৪১১
কৰিয়োক ৰথচক্ৰ ৰক্ষা দুয়োজনে।
অৱহেলা নকৰিয়া সাৱধান মনে ॥
পৌৰুষ আচৰি ৰাখি ক্ষত্ৰিয়ৰ ধৰ্ম্ম।
কৰিবা সমৰ এৰি মাতুলৰ মৰ্ম্ম ॥ ২৭৪১২
যদি মদ্ৰপতি হন্ত তোমাৰ নমস্য।
মোৰ অৰ্থে যুদ্ধ আজি কৰিবা অৱশ্য ॥
কুশলে থাকিয়ো তুমিসব ভ্ৰাতৃগণ।
অৱশ্যে শল্যক ৰণে কৰিবো চলন ॥ ২৭৪১৩
সুহি মদ্ৰৰাজে মোক কৰন্তোক হত।
একৰ মৰণ আজি হৈব সমৰত ॥
ৰথখান সাজি মোৰ আনোক ত্বৰিত।
অস্ত্ৰ শস্ত্ৰ সাজি সবে যুদ্ধৰ সম্ভৃত ॥ ২৭৪১৪
সমৰত জয় কিম্বা হৌক পৰাজয়।
যুজিবোহো মাতুলক কহিলো নিশ্চয় ॥
যুযুধান ডাহিনত ধৃষ্টদ্যুম্ন বামে।
পাচত অৰ্জ্জুনে মোক ৰাখিবা সংগ্ৰামে ॥ ২৭৪১৫
বীৰ বৃকোদৰে যুজিবন্ত মোৰ আগে।
এহিমতে নিয়োজি দিলন্ত ভাগে ভাগে ॥
ৰাজাৰ আদেশ হেন শুনি বীৰগণ।
নৃপতিৰ হিত চিন্তি কৰিলা গমন ॥ ২৭৪১৬
যি বীৰক যি থানত থাকিবে কহিলা।
সাৱধানে সিটো স্থানে সমস্তে ৰহিলা ॥
ৰাজাৰ প্ৰতিজ্ঞা হেন শুনি সেনাচয়।
আনন্দে যুদ্ধক সবে কৰিলা নিশ্চয় ॥ ২৭৪১৭

মৎস্য নৃপ বীৰগণ পাঞ্চাল সোমক।
প্ৰতিজ্ঞা শুনিয়া সবে পূজিলা নৃপক ॥
অসংখ্যাত বাদ্য ভণ্ড হৈল অনন্তৰে।
মহাৰথীগণে সমে সিংহনাদ কৰে ॥ ২৭৪১৮
হেন দেখি প্ৰচণ্ড প্ৰতাপী মদ্ৰৰাজ।
ধনুৰ্গুণ মাজি যুজিবাক ভৈল সাজ ॥
পাণ্ডৱ দলক খেদি গৈল কোপমনে।
কৌতুক লভিলা দেখি কুৰুবীৰগণে ॥ ২৭৪১৯
দুন্দুভিৰ দমদমি শঙ্খৰ শবদে।
স্বৰ্গকো লজ্জিলা মনুষ্যৰ সিংহনাদে ॥
অৰিগণ বিমৰ্দ্দন ৰাজা যুধিষ্ঠিৰ।
সুবৰ্ণমণ্ডিত ধনু ধৰিয়া কচিৰ ॥ ২৭৪২০
দ্ৰোণ আচাৰ্য্যৰ উপদেশে নৃপবৰ।
নানাবিধ অস্ত্ৰচয় আতি গুৰুতৰ ॥
শল্যক সমৰে ক্ৰোধে প্ৰহাৰ কৰিল।
পৰ্ব্বতক ঢাকি যেন ইন্দ্ৰে বৰষিল ॥ ২৭৪২১
মদ্ৰৰাজে যুধিষ্ঠিৰ ৰাজাক সমৰে।
অসংখ্যাত শৰ প্ৰহাৰিলা অনন্তৰে ॥
তোমাৰ তনয় দুৰ্য্যোধন মহামতি।
ভীমসেন সমে যুদ্ধ কৰিল সম্প্ৰতি ॥ ২৭৪২২
শণাইত শৰগণ মাৰি দুৰ্য্যোধনে।
মহামানী ভীমৰ কাটিলা ধ্বজ ৰণে ॥
সুবৰ্ণৰ ধ্বজগোট কিঙ্কিণী সহিত।
ৰথ হন্তে খসি পাচে পৰিল মহীত ॥ ২৭৪২৩
পুনৰপি নৃপবৰে ধৰি খুৰ শৰ।
ছেদিলেক ধনুখান ভীমৰ হাতৰ ॥
পৰম বিচিত্ৰ ধনু আতি ভয়ঙ্কৰ।
যেন শুণ্ডগোট মদমত্ত কুঞ্জৰৰ ॥ ২৭৪২৪
ধ্বজ ধনু ছেদি কোপিলন্ত ভীমসেন।
প্ৰলয় কালৰ বীৰ মহাকাল যেন ॥

যমদণ্ড সম শক্তি তুলি লৈলা বলে।
কৰিলা প্ৰহাৰ নৃপতিৰ বক্ষস্থলে॥ ২৭৪২৫
হৃদয়ত পৰি শক্তি চেতন হৰিল।
মহামোহ হুয়া ৰাজা ৰথত পৰিল॥
কোপমনে পুনৰপি বীৰ বৃকোদৰে।
ৰাজাৰ ৰথক গৈল খেদিয়া সত্বৰে॥ ২৭৪২৬
মহাবেগৱন্ত আতি দেখিতে সুন্দৰ।
দুৰ্য্যোধন নৃপতিৰ ঘোটক ৰথৰ॥
সাৰথি সহিতে মাৰিলন্ত মুষ্টি হানি।
বায়ুৰ তনয় ভীমসেন মহামানী॥ ২৭৪২৭
হতৰথে দুৰ্য্যোধন ৰাজা আছে পৰি।
দেখি বৃকোদৰে খেদি যান্ত ডৰডৰি॥
দুৰ্য্যোধন নৃপতিক বধিবাক মনে।
মহাক্ৰোধে নয়ন ফুৰাৱে ঘনে ঘনে॥ ২৭৪২৮
হাহাকাৰ কৰে দুখে কৌৰৱসকল।
দেখি কৃপ কৃতবৰ্ম্মা দ্ৰৌণী মহাবল॥
ভীমৰ ভেটিলা বাট অস্ত্ৰশস্ত্ৰ ধৰি।
দিব্যৰথে চড়ি দুৰ্য্যোধনক পাচ কৰি॥ ২৭৪২৯
সি কাৰণে প্ৰাণৰক্ষা পৰিল ৰাজাৰ।
ধৰি ভীমে প্ৰচণ্ড কোদণ্ডখান আৰ॥
কৃপ কৃতবৰ্ম্মা অশ্বত্থামাক সমৰে।
কৰিলন্ত বীৰ বৃকোদৰে অনন্তৰে॥ ২৭৪৩০
মনোজয় ৰথে চড়ি শল্য নৃপবৰ।
ধৰ্ম্ম নৃপতিক খেদি গৈলন্ত সত্বৰ॥
হেন দেখি কুন্তীৰ তনয় মহাবল।
ক্ৰোধত জ্বলিল যেন বাড়ৱ অনল॥ ২৭৪৩১
যুগান্ত-কালৰ যেন অগনি কিটাইল।
সেহিমতে মদ্ৰ নৃপতিক ৰাজা ধাইল॥
সঞ্জয়ে কহন্ত ধৃতৰাষ্ট্ৰ নৃপতিত।
দেখিলোঁ অদ্ভুত সিটো আতি বিপৰীত॥ ২৭৪৩২
পূৰ্ব্বত আছিলা ধৰ্ম্মৰাজা যুধিষ্ঠিৰ।
ক্ষমাৱন্ত শান্ত কৃপাশীল মহাবীৰ॥
সম্প্ৰতি দেখিলোঁ সেই কুন্তীতনয়ক।
নিদাৰুণ ঘোৰ মূৰ্ত্তি আতি ভয়ানক॥ ২৭৪৩৩
ৰক্ত ওৰপুষ্প যেন নয়ন দুতয়।
সৰ্ব্বাঙ্গ শৰীৰ মহাক্ৰোধত কাম্পয়॥
শণাইত ভল্ল শৰ কৰিয়া প্ৰহাৰ।
যোদ্ধাসকলক ৰাজা বধিলা অপাৰ॥ ২৭৪৩৪
যতদূৰ বাণ বৰিষিয়া পান্ত লাগ।
সমৰত যিটো বীৰগণ হৈল আগ॥
সবাকো বধিলা জ্যেষ্ঠ পাণ্ডুৰ তনয়।
ৰথীৰথ সাৰথিক হস্তী হয়চয়॥ ২৭৪৩৫
কৰিলন্ত শূন্য ৰণ-ভূমি নিৰন্তৰ।
বধিলন্ত পশু যেনমতে পূৰ্ব্বে হৰ॥
সেনাক সংহৰি যুধিষ্ঠিৰ নৃপবৰ।
ৰহ শল্য বুলি খেদি গৈলা অনন্তৰ॥ ২৭৪৩৬
সমৰত ঘোৰ কৰ্ম্ম দেখিয়া ৰাজাৰ।
পলাইল সকল সেনা নৃপতি তোমাৰ॥
হেন দেখি মদ্ৰৰাজ পাণ্ডৱক ধাইল।
হস্তীক দেখিয়া যেন কেশৰী কিটাইল॥ ২৭৪৩৭
দুইকো দুয়ো অসংখ্যাত শৰ বৰিষিল।
দুয়ো বীৰে দুইৰো বাণে সৰ্ব্বাঙ্গে ফুটিল॥
সহস্ৰজালীয়া হৈল দুহানো শৰীৰ।
শল্য নৃপবৰ ৰাজা ধৰ্ম্ম যুধিষ্ঠিৰ॥ ২৭৪৩৮
দুইকো দুই ভৰ্চ্ছন্ত গৰ্জ্জন্ত বাৰম্বাৰ।
নানা অস্ত্ৰে দুইকো দুয়ো কৰন্ত প্ৰহাৰ॥
দুহান্তৰো তনু আতি ৰুধিৰে বুৰিল।
পলাশ শিমলু যেন বসন্তে ফুলিল॥ ২৭৪৩৯
কৰন্ত প্ৰকাশ দিব্য ৰথৰ উপৰ।
ৰণত দুৰ্জ্জয় দুয়ো বীৰ ধনুৰ্দ্ধৰ॥

বিপৰীত সমৰ দেখিয়া বীৰগণ।
অন্যো অন্যে চাই সবে কৰে সম্ভাষণ ॥ ২৭৪৪০
যদি সংগ্ৰামত হত হোৱে মদ্ৰেশ্বৰ।
অকণ্টকা ৰাজ্য পাচে হৈব পাণ্ডুৰ ॥
শল্য সমৰত যদি বধন্ত ধৰ্ম্মক।
দিবন্ত পৃথিবী পাচে সবে কৌৰৱক ॥ ২৭৪৪১
নিশ্চয় নাহিকে কাৰো জয় পৰাজয়।
পাচে শল্য শণাইত মাৰি শৰচয় ॥
ধৰ্ম্ম নৃপতিৰ কাটিলন্ত ধনু খান।
তাৰক্ষণে যুধিষ্ঠিৰে ধৰি ধনু আন ॥ ২৭৪৪২
শল্যক মাৰিলা কোপে তিনি সাত বাণ।
খুৰশৰে ছেদিলা হাতৰ ধনুখান ॥
মাৰিলন্ত চাৰি ঘোঁৰা আৰো চাৰি শৰে।
দুই শৰে সাৰথিক বধি অনন্তৰে ॥ ২৭৪৪৩
প্ৰকাশ কৰন্তে আগে আছে ধ্বজগোট।
ভল্ল শৰ হানি তাকো কৰি ঘোৰ চোট ॥
ছেদিলা ত্বৰিতে তাকো কুন্তীৰ তনয়।
দেখি তযু সেনাচয় ভৈল মহাভয় ॥ ২৭৪৪৪
ৰথভঙ্গে মদ্ৰৰাজ পৰিল ভূমিত।
হেন দেখি পাচে দ্ৰোণ তনয় ত্বৰিত ॥
আপুনাৰ নিজ ৰথে তুলিয়া শল্যক।
বায়ু বেগে নিলা কুৰুসেনাৰ মধ্যক ॥ ২৭৪৪৫
মুহূৰ্ত্তেক মান শল্যে বিশ্ৰাম কৰিল।
যুদ্ধ জিনি যুধিষ্ঠিৰ নৃপতি নাদিল ॥
পাচে কিছো সুস্থ হৈয়া মদ্ৰ নৃপবৰ।
দীৰ্ঘ ৰথখান বীৰে সাজিয়া সত্বৰ ॥ ২৭৪৪৬
নানা অস্ত্ৰশস্ত্ৰ লৈয়া যুদ্ধৰ সম্ভৃত।
পুনৰপি সমৰ-ভূমিত উপস্থিত ॥
যেন নীল মেঘখণ্ড প্ৰকাশ কৰয়।
শত্ৰুৰ সৈন্যৰ দেখি মনে মহাভয় ॥ ২৭৪৪৭
দিব্য ৰথখান বীৰে তুলি আলগাই।
তীক্ষ্ণতৰ শৰগণ গুণত চড়াই ॥
বল দি হানিলা যুধিষ্ঠিৰৰ শৰীৰে।
তেজে তোল-বোল তনু ফুলিল ৰুধিৰে ॥ ২৭৪৪৮
যুধিষ্ঠিৰ নৃপতিক পীড়ি ঘোৰ শৰে।
সিংহনাদ মদ্ৰৰাজে কৰি অনন্তৰে ॥
বীৰগণ চাহিয়া আছন্ত একদৃষ্টি।
মেঘ যেন বাৰিষা কৰয় জলবৃষ্টি ॥ ২৭৪৪৯
সেহিমতে শল্যে শৰগণ বৰষিল।
গগন পূৰিল মহীমণ্ডল ভৰিল ॥
ক্ষত্ৰিয়তো শ্ৰেষ্ঠ ক্ষত্ৰী শল্য নৃপবৰ।
যুযুধান বীৰকো হানিলা দশ শৰ ॥ ২৭৪৫০
ভীম সহদেৱক বিন্ধিলা ছয় বাণে।
যুধিষ্ঠিৰ নৃপতিক বিন্ধিলা সন্ধানে ॥
এহিমতে মদ্ৰৰাজে তাড়িয়া সবাক।
কৰিলা কদন পাচে পাণ্ডৱী-যোদ্ধাক ॥ ২৭৪৫১
ৰাহুতক মাহুতক অশ্ব-কুঞ্জৰক।
ৰথী ৰথ সাৰথিক নিলন্ত যমক ॥
আঙ্গুলে সহিতে হস্ত শৰ সুমণ্ডিত।
পৰি আছে কুশ যেন যজ্ঞৰ ভূমিত ॥ ২৭৪৫২
অন্তকালে অন্তকে সংহাৰে যেন প্ৰজা।
সেহিমতে সেনা বধিলন্ত মদ্ৰৰাজা ॥
পাচে মহাক্ৰোধে পাণ্ডু পাঞ্চাল সোমক।
প্ৰহাৰ কৰন্তে খেদি গৈলন্ত মদ্ৰক ॥ ২৭৪৫৩
সহদেৱ নকুল সাত্যকি ভীমসেন।
সমদলে খেদিয়া গৈলন্ত যম যেন ॥
ডকাডকি কৰি সবে হুয়া একঠাই।
চৌপাশে বেড়িলে মদ্ৰ নৃপতিক পাই ॥ ২৭৪৫৪
তীক্ষ্ণতৰ শৰগণ কৰিয়া প্ৰহাৰ।
দশো দিশে শৰজালে ভৈল অন্ধকাৰ ॥

দেখি মদ্রপতি কোপ কৰিয়া অপাৰ।
শত্রুৰ শৰক সবে কৰিলা সংহাৰ ॥ ২৭৪৫৫
ক্ষণিতেকে সিটো অন্ধকাৰে হৈল ছন্ন।
দেখি যোদ্ধাগণ দশোদিশে সুপ্রসন্ন ॥
সবাকো তেজিয়া মদ্ররাজ অনির্ব্বাৰ।
ধর্ম্ম নৃপতিক প্রতি কৰিলেক ধাৰ ॥ ২৭৪৫৬
যুধিষ্ঠিৰ ৰাজাক ৰাখন্ত বৃকোদৰ।
মাদ্রীৰ তনয় দুই সাত্যকি অপৰ ॥
ধৃষ্টদ্যুম্ন আদি আনো বীৰ নিৰন্তৰে।
তথাপি দুৰ্জ্জয় সিটো শল্য নৃপবৰে ॥ ২৭৪৫৭
সাতপাট শৰে বীৰে ভেদিলা ধর্ম্মক।
পাচে নৱ বাণে ৰাজা পীড়িলা শল্যক ॥
পুনৰপি তীক্ষ্ণতৰ জুৰি ঘোৰ শৰ।
দুতয় স্তনৰ মধ্যে ভেদিলা শল্যৰ ॥ ২৭৪৫৮
দাৰুণ প্রহাৰে কিছো ভৈলন্ত দুর্ব্বল।
দুর্য্যোধন আদি দেখিলেক কুৰুদল ॥
নৃপতিৰ অনুমতি লৈয়া বীৰগণ।
শল্যক সমৰে সবে কৰিলে ৰক্ষণ ॥ ২৭৪৫৯
পাণ্ডুৰ তনয় মহাৰথী যুধিষ্ঠিৰ।
ৰণত দুর্ম্মদ মদ্রপতি মহাবীৰ ॥
দুইৰ দুই ছিদ্র চাই প্রহাৰ কৰন্ত।
পলে পলে মেঘে যেন দুহন্তো গর্জ্জন্ত ॥ ২৭৪৬০
পুৰুষ প্রধান দুয়ো নৃপতি উত্তম।
মহা বলৱন্ত বাণতুল্য পৰাক্রম ॥
ধনুৰ টঙ্কাৰ দুইৰো যেন বজ্রপাত।
মাৰে বাহু ডাস্কি যেন পৰয় নির্ঘাত ॥ ২৭৪৬১
দুইকো দুয়ো শৰগণ কৰন্ত প্রহাৰ।
শল্য নৃপবৰে আৰো কুন্তীৰ কুমাৰ ॥
গুণত জুৰিয়া লৈল ধৌত শৰচয়।
আকর্ণ পূৰিয়া দুয়ো দুহাকো হানয় ॥ ২৭৪৬২
জোৰন্তে মাৰন্তে দুইকো নেদেখয় কেৱ।
বিস্ময় ভৈলন্ত সমস্ত ত্রিদশদেৱ ॥
দুই গোটা বাঘে যেন যুঁজে ঘোৰ ৰণে।
ভ্ৰমে দুই গৃধ্র যেন মাংসৰ কাৰণে ॥ ২৭৪৬৩
পৰম বিষাল যেন দুয়ো নাগ সর্প।
মহাক্রোধা ইষ্ট হুয়া জাত হৈল দর্প ॥
সেহিমতে দুই বীৰ বলৰ দর্পত।
কৰে ঘোৰ ৰণ ক্রোধ কৰিয়া মনত ॥ ২৭৪৬৪
ধর্ম্মৰাজা শল্য কৰন্ত অহঙ্কাৰ।
মদ্রপতি পাণ্ডৱক নিন্দে ৰাৰম্বাৰ ॥
দাৰুণ সমৰে মদ্রেশ্বৰ অনন্তৰ।
জ্বলন্ত অনল সম ধৰি ধনু শৰ ॥ ২৭৪৬৫
আকর্ণ পূৰিয়া ধনু আজুড়ি আনিয়া।
যুধিষ্ঠিৰ নৃপতিৰ ভেদিলন্ত হিয়া ॥
দাৰুণ প্রহাৰে নকম্পিলা কুন্তীসুতে।
ধনুত জুৰিলা আনি বাণগণ দ্রুতে ॥ ২৭৪৬৬
শল্যৰ শৰীৰে সবে কৰিলা প্রহাৰ।
হৃদয়ত পৰি শৰ ভৈল পাৰো আৰ ॥
কুৰুবংশধ্বজ যুধিষ্ঠিৰ মহামতি।
মনত আনন্দে পাচে লভিলা সম্প্রতি ॥ ২৭৪৬৭
পৰম বিষাল শৰ আতি তীক্ষ্ণতৰ।
হুতাশন সম যমদণ্ড পটন্তৰ ॥
হেন বাণ ঘাৰে মদ্রপতি মহাবীৰ।
হত হৈল শ্রুতি-জ্ঞান কম্পিল শৰীৰ ॥ ২৭৪৬৮
মুহূৰ্ত্তেক মান আছিলেক অচেতনে।
লভিয়া চেতন পাচে মহাক্রোধমনে ॥
অৰুণ নয়ন দুই ফুৰায় ঘনে ঘন।
প্রলয়ৰ মেঘ যেন কৰিয়া গর্জ্জন ॥ ২৭৪৬৯
পৰম প্রভাৱ শল্য সমান শত্রুৰ।
ধর্ম্মক মাৰিলা শীঘ্র একশত শৰ ॥

উৰু শিৰ কৰ কটি হৃদয় ফুটিল।
শৰঘাৱে ধৰ্ম্মৰাজ ক্ৰোধত জ্বলিল ॥ ২৭৪৭০
নৰ গোটা দিব্য বাণ ধৰিয়া সত্বৰ।
কাটিলা কৱচখান শল্যৰ গাত্ৰৰ ॥
হৃদয়ত ভেদিলন্ত তীক্ষ্ণ ছয় শৰে।
কুন্তীৰ তনয় যুধিষ্ঠিৰ নৃপবৰে ॥ ২৭৪৭১
গুচিল কৱচ শল্য হৈলন্ত উদাস।
মধ্যাহ্নৰ সূৰ্য্য যেন কৰন্ত প্ৰকাশ ॥
মহাবলৱন্ত মদ্ৰ ৰণে অনিৰ্ব্বাৰ।
আকৰ্ণ পূৰিয়া ধনুখান আপুনাৰ ॥ ২৭৪৭২
টানি আনি হানি দুই খুৰপতি বাণ।
ধৰ্ম্ম নৃপতিৰ কাটিলন্ত ধনু খান ॥
হেন দেখি পাচে যুধিষ্ঠিৰ নৃপবৰ।
গুৰুতৰ ধনুখান ধৰিয়া সত্বৰ ॥ ২৭৪৭৩
শল্যৰ শৰীৰে প্ৰহাৰিলা নিৰন্তৰে।
নমুচিক যেনমতে পূৰ্ব্বে পুৰন্দৰে ॥
মদ্ৰৰাজে বাছি পাচে লৈলা দিব্য শৰ।
গৃধ্ৰপত্ৰে চায়া আছে দণ্ড সুৱৰ্ণৰ ॥ ২৭৪৭৪
ভীমসেন যুধিষ্ঠিৰ ৰাজাৰ গাৱৰ।
কাটিলা কৱচ দুইৰো শল্য নৃপবৰ ॥
নানা ৰত্ন কাম কৰি আছে কৱচৰ।
চিকিমিকি কৰে কান্তি আতি মনোহৰ ॥ ২৭৪৭৫
ভূমিত পৰিল খসি শৰীৰৰ হন্তে।
দুই কুণ্ড অগ্নি যেন পৰিল জ্বলন্তে ॥
চোঁচ এড়াই সৰ্প যেন আছে দুইজন।
হেন দেখি পাচে কৃপ গৌতম নন্দন ॥ ২৭৪৭৬
নৃপতিক প্ৰহাৰিলা পঞ্চিশ সায়ক।
একাধিক কুৰি শৰে দুৰ্জ্জয় ভীমক ॥
পুনৰপি সাত শৰে ভীমক মাৰিল।
নৱ বাণে যুধিষ্ঠিৰ ৰাজাক তাড়িল ॥ ২৭৪৭৭

দুই হানো শৰীৰ হন্তে তেজ বহি যায়।
অনন্তৰে নৃপবৰ অন্তক পৰায় ॥
প্ৰকাশন্ত অগ্নি সূৰ্য্য সম ছয় শৰ।
গুণত জুৰিয়া বাণ হানিলা সত্বৰ ॥ ২৭৪৭৮
পাঞ্চ বাণে কৃপক ভেদিলা যুধিষ্ঠিৰ।
এক শৰে সাৰথিৰ ছেদিলন্ত শিৰ ॥
অধোমুখে সাৰথি পৰিল ধৰণীত।
দেখি মদ্ৰপতি কোপ কৰে বিপৰীত ॥ ২৭৪৭৯
আতি তীক্ষ্ণতৰ বীৰে মাৰি চাৰি শৰ।
বধিলন্ত চাৰি ঘোঁৰা ৰাজাৰ ৰথৰ ॥
পুনৰপি মদ্ৰপতি হানি ভল্ল বাণ।
ভেদিলন্ত ধৰ্ম্ম নৃপতিৰ মৰ্ম্ম থান ॥ ২৭৪৮০
সুৱৰ্ণ পুংখিয়া অসংখ্যাত মাৰি শৰ।
প্ৰলয় কৰিলা যোদ্ধাগণ পাণ্ডৱৰ ॥
হেন দেখি পাণ্ডুৰ তনয় বৃকোদৰ।
বিপৰীত কোপে বীৰে কামুৰি অধৰ ॥ ২৭৪৮১
আকৰ্ণ শৰদে নিজ টানিয়া কোদণ্ড।
তীক্ষ্ণ শৰগণ মাৰিলা প্ৰচণ্ড ॥
মদ্ৰ নৃপতিৰ সাৰথিৰ লৈলা প্ৰাণ।
ইন্দ্ৰধনু যেনমতে কাটিলন্ত তান ॥ ২৭৪৮২
দুই বাণে হৃদয়ত ভেদিলা শল্যৰ।
বধিলন্ত চাৰি ঘোঁৰা মাৰি চাৰি শৰ ॥
যোদ্ধাসকলৰ মধ্যে যাক আগে গণি।
মহা বলৱন্ত ভীমসেন চূড়ামণি ॥ ২৭৪৮৩
বাছি বাছি শৰগণ ত্বৰিতে হানিলা।
শল্যৰ গাত্ৰৰ দিব্য কৱচ কাটিলা ॥
আগবাঢ়ি সহদেৱে একশত বাণে।
মাতুলৰ শৰীৰত তাড়িলা সন্ধানে ॥ ২৭৪৮৪
ভীমসেন তেতেক হানিলা তীক্ষ্ণশৰ।
ভেদিলন্ত কলেৱৰ নৃপতি শল্যৰ ॥

সাত্যকি প্ৰমুখ্যে বীৰগণ নিৰন্তৰে।
কৰিলা প্ৰহাৰ সবে মদ্ৰক সমৰে ॥ ২৭৪৮৫
নাহি ৰথ সাৰথি সহায় ধনু শৰ।
শত্ৰুগণ মধ্যে মদ্ৰপতি একেশ্বৰ ॥
বাৰম্বাৰ আগ পাচ চান্ত মাত্ৰ আৰ।
নোৱাৰন্ত প্ৰতিকাৰ কৰিবাৰ তাৰ ॥ ২৭৪৮৬
দাৰুণ প্ৰহাৰে পাচে মদ্ৰ মহাৰাজ।
ব্যামোহ ভৈলন্ত ঘোৰ সংগ্ৰামৰ মাজ ॥
মৃতক ৰথত ৰাজা দেখিলন্ত পাচে।
দাৱে সমে খড়্গ খান উপৰত আছে ॥ ২৭৪৮৭
সহস্ৰেক তাৰা সমে আছে চৰ্ম্ম তাতে।
ত্বৰিতে তুলিয়া বীৰে ধৰিলন্ত হাতে ॥
মহাবলৱন্ত মদ্ৰপতি মহামতি।
খেদি যান্ত কোপে কুন্তীতনয়ক প্ৰতি ॥ ২৭৪৮৮
বায়ুবেগে যাই ধাই অন্তক পৰায়।
মাদ্ৰীৰ তনয় নকুলক লগ পাই ॥
কাটিলন্ত ঈষা দণ্ড কৰিয়া প্ৰহাৰ।
নকৰিলা চোট ছুনাই নকুলক আৰ ॥ ২৭৪৮৯
যুধিষ্ঠিৰ নৃপতিক যান্ত ক্ৰোধ কৰি।
প্ৰলয়ৰ হৰে যেন ৰুদ্ৰৰূপ ধৰি ॥
পৰম অদ্ভুত দেখি নৃপতিৰ কৰ্ম্ম।
মহাৰথীগণে স্মৰন্ত ধৰ্ম্ম ধৰ্ম্ম ॥ ২৭৪৯০
ধৃষ্টদ্যুম্ন আদি যত পাঞ্চাল সৃঞ্জয়।
ভীম যুযুধান পাণ্ডৱৰ বীৰচয় ॥
কোপে একে জোপে খেদি গৈলা নিৰন্তৰ।
মদ্ৰ নৃপতিক প্ৰতি প্ৰহাৰিলা শৰ ॥ ২৭৪৯১
আগুৱে পাগুৱে আগে পাচে শৰ বাণে।
উৰু কৰ কন্ধ কটি ফুটিল সন্ধানে ॥
তথাপিতো বেগ ভঙ্গ নভৈল শল্যৰ।
বিপৰীত দেখি পাচে বীৰ বৃকোদৰ ॥ ২৭৪৯২

মনত গুণন্ত কিনো বীৰ বলিয়াৰ।
কটাক্ষ নকৰে ইটো আমাৰ প্ৰহাৰ ॥
বাসৱৰ বজ্ৰ যেন যাই বেগ ধৰি।
আমাক কটাক্ষে নৃপতিক লক্ষ কৰি ॥ ২৭৪৯৩
ৰথ ভঙ্গে ধৰ্ম্মৰাজ ভূমিত আছন্ত।
খড়্গাৰ প্ৰহাৰে তাক কৰিবেক অন্ত ॥
হেন মনে মানি ভীমসেন মহামানী।
গুণত জুৰিলা দশ খুৰবাণ আনি ॥ ২৭৪৯৪
শল্যৰ চৰ্ম্মক লক্ষ্য কৰি প্ৰহাৰিল।
খণ্ড খণ্ড কৰি বীৰে হাততে কাটিল ॥
পুনৰপি ভল্ল শৰ হানি বৃকোদৰ।
খাণ্ডাখান কাটিলন্ত শল্যৰ হাতৰ ॥ ২৭৪৯৫
খড়্গ নষ্ট দেখি ৰঙ্গমনে ভীমসেন।
কৰিলন্ত নাদ মদমত্ত সিংহ যেন ॥
দেখি বীৰ পাণ্ডুগণ আনন্দ লভিল।
শঙ্খৰ সংবাদ সিংহনাদক কৰিল ॥ ২৭৪৯৬
কৌৰৱ দলত বৰ বিষাদ মিলিল।
ঘামিল শৰাৰ ভয়ে হৃদয় কম্পিল ॥
খড়্গ চৰ্ম্ম ছেদ শূন্যহস্ত নৃপবৰ।
শৰ ঘাৱে জৰ্জ্জৰিত ভৈল কলেৱৰ ॥ ২৭৪৯৭
পাণ্ডৱৰ বৰ বৰ বীৰগণ যত।
বেঢ়িল ৰাজাক ৰথে চড়ি সমৰত ॥
বাছি বাছি শৰগণ হানয় সন্ধানে।
চক্ষু মুখ বাহু বক্ষঃস্থল নাক কাণে ॥ ২৭৪৯৮
কুশৰ কণ্টক দিবে সন্ধি নাহি পাৱে।
সমস্ত শৰীৰ ক্ষত ভৈল বাণ-ঘাৱে ॥
ৰুধিৰে ব্যাপিল শিৰ হস্তে পদতল।
তথাপি সমৰে মদ্ৰপতি মহাবল ॥ ২৭৪৯৯
ধৰ্ম্ম নৃপতিক খেদি যাই বেগ ধৰি।
ক্ষুদ্ৰ হৰিণক যেন প্ৰমত্ত কেশৰী ॥

ৰথ ভঙ্গে ভূমিত আছন্ত মহাবল ।
ক্ৰোধে প্ৰকাশন্ত যেন জ্বলন্ত অনল ॥ ২৭৫০০
বায়ু বেগে মদ্ৰৰাজা আসে বৰ বেগে ।
দেখি পাণ্ডুপুত্ৰ যুধিষ্ঠিৰ মহাভাগে ॥
গোবিন্দৰ বচনক কৰিয়া স্মৰণ ।
চিন্তিল মনত মদ্ৰপতিৰ মৰণ ॥ ২৭৫০১
কহিছা পূৰ্ব্বত মোৰ ভাগ মদ্ৰপতি ।
সিয়ো বাক্য সত্য কৰিবাক মহামতি ॥
মৰিছে চাৰিয়ো ঘোঁৰা সাৰঁথি সহিত ।
হেন ৰথে আছে নিজ শক্তি বিপৰীত ॥ ২৭৫০২
দুই হাতে টানি আনি তুলি উপৰক ।
লক্ষিয়া ধৰিলা ৰাজা বধিবে শল্যক ॥
ইন্দ্ৰ শক্ৰ অসুৰক বধিবাক মনে ।
ধৰিলন্ত চক্ৰ যেনমতে নাৰায়ণে ॥ ২৭৫০৩
সেহিমতে ধৰিলন্ত শকতি প্ৰচণ্ড ।
জম্বুনদ সুবৰ্ণৰ মনোহৰ দণ্ড ॥
হীৰা মৰকত মণি প্ৰবালে উজ্জ্বল ।
শণাইত অগ্ৰভাগ পৰম নিৰ্ম্মল ॥ ২৭৫০৪
তপ্ত সুবৰ্ণৰ ঘণ্টা বৈদুৰ্য্যে শোভয় ।
দৰশনে দেৱতাৰ ভয় উপজয় ॥
ঘোৰৰূপে কালে যেন আছে পাশ ধৰি ।
যমে যেন দৰশনে প্ৰাণ নেই হৰি ॥ ২৭৫০৫
বাসৱৰ বজ্ৰ যেন আতি দৃঢ়তৰ ।
মহা উগ্ৰ তেজ হুতানল পটন্তৰ ॥
ব্ৰাহ্মণৰ চণ্ডশাপ যেহেন অব্যৰ্থ ।
আমোঘ শকতি সিটো পৰম সামৰ্থ ॥ ২৭৫০৬
বিশ্বকৰ্ম্মে আনি নানাবিধ মণি ৰত্ন ।
শঙ্কৰৰ অৰ্থে নিৰ্ম্মি কৰি মহাযত্ন ॥
শত্ৰুৰ শৰীৰ প্ৰাণ কৰিয়া ভোজন ।
নিবাৰণ কৰন্তা নাহিকে ত্ৰিভুবন ॥ ২৭৫০৭

সাত খান বসুমতী সাগৰে সহিত ।
প্ৰাণীগণ সমে শক্তি পাৰয় দহিত ॥
ব্ৰহ্মদ্বেষী সকলৰ কালান্তক যম ।
মহা বেগৱন্ত মন পৱনৰ সম ॥ ২৭৫০৮
যৈসানি পাণ্ডৱে কৰিলন্ত ৰাজসূয় ।
দিলন্ত ঈশানে নৃপতিত তুষ্ট হুই ॥
সেহিদিনা হন্তে যুধিষ্ঠিৰ মহামতী ।
ৰাখিলন্ত শক্তি শক্ৰ সংহৰিতে প্ৰতি ॥ ২৭৫০৯
সুবৰ্ণৰ সিংহাসনে বস্ত্ৰ অলঙ্কাৰে ।
সুগন্ধি চন্দন নানাবিধ উপহাৰে ॥
কৰন্ত মঙ্গল দিনে দিনে পূজা কৰি ।
সম্প্ৰতি পাণ্ডৱে সেহি ঘোৰ শক্তি ধৰি ॥ ২৭৫১০
কৰিল উদ্যোগ শল্য বধিবাক প্ৰতি ।
পৰম নিষ্পাপ পুণ্য আত্মা মহামতি ॥
অৰুণ নয়ন দুই ফুৰাই ঘনে ঘন ।
ক্ৰোধে মদ্ৰপতিক কৰিয়া নিৰীক্ষণ ॥ ২৭৫১১
পূৰ্ব্বে অন্ধকক বধিবাক যেন হৰে ।
ভয়ঙ্কৰ শূল ক্ৰোধে ধৰিলন্ত কৰে ॥
সেহিমতে শক্তি ধৰ্ম্মৰাজে ধৰি তুলি ।
কৰিলা গৰ্জ্জন পাপী হত ভৈলি বুলি ॥ ২৭৫১২
সাৰ মন্ত্ৰে অভিষেক কৰিলা যতনে ।
কৃষ্ণ পাদ-পদ্ম দুই চিন্তি ৰাজা মনে ॥
পাচে পাণ্ডুপুত্ৰে শক্তি হানিলন্ত বলে ।
প্ৰলয়ৰ অগ্নি যেন আকাশত জ্বলে ॥ ২৭৫১৩
সূৰ্য্যৰ জ্যোতিক জিনি শকতি চলয় ।
মন্দ তেজ অগনি নিষ্প্ৰভ গ্ৰহচয় ॥
অগনি স্ফুলিঙ্গ জাক জাকে বাহিৰায় ।
বিপৰীত দেখি দুই দলে আছে চাই ॥ ২৭৫১৪
শক্তিৰ প্ৰভাৱ হেন দেখি মদ্ৰপতি ।
নাহি ভয় তথাপিতো থাকন্ত শীঘ্ৰগতি ॥

আপুনাৰ নিজ জাতি ধৰ্ম্ম অনুসৰি।
হিয়া পাতি লৈলে বীৰে সিংহনাদ কৰি ॥২৭৫১৫
ঘৃত দেখি হুতাশন যেন বাঢ়ি যায়।
সেহিমতে শল্যে শকতিক গৈলা ধাই ॥
তীক্ষ্ণতৰ শকতি পৰিল হৃদয়ত।
মহাসৰ্পগোট যেন পশিল গৰ্ভত ॥ ২৭৫১৬
মৰ্ম্মস্থানে ভেদি শক্তি নৃপতি শল্যৰ।
পৃথিৱী বিদাৰি সাঙ্গে প্ৰবেশে অন্তৰ ॥
তপত বালিত যেন পৰি বৃষ্টিজল।
নৰহে নাপেক্ষি তাৰক্ষণে যাই তল ॥ ২৭৫১৭
সেহিমতে বিপুল যশস্যা নষ্ট কৰি।
মদ্ৰ নৃপতিৰ প্ৰাণ শক্তি নিলা হৰি ॥
যুধিষ্ঠিৰ নৃপতিৰ সম্মুখে সম্প্ৰতি।
প্ৰাণ ছাড়ি ভূমিত পৰিল মহামতি ॥ ২৭৫১৮
আছিলন্ত পৃথিৱীক জান্তি মদ্ৰপতি।
তাহান মৰণে উল্লসিল বসুমতী ॥
আগবাঢ়ি ৰাজাক লৈলন্ত যেন কোলে।
আলিঙ্গিয়া কামিনী ধৰয় যেন ভোলে ॥ ২৭৫১৯
নাকে মুখে কাণে চক্ষু শকতিৰ ঘাৱে।
পৰয় শোণিত নৃপতিৰ সৰ্ব্ব গাৱে ॥
ক্ৰৌঞ্চক কাৰ্ত্তিকে ভেদিলন্ত যেনমতে।
সেহিমতে শল্য হত ঘোৰ সমৰতে ॥ ২৭৫২০
ইন্দ্ৰৰ বাহন ঐৰাৱত সমসৰ।
দুই হাত মেলি পৰিলন্ত নৃপবৰ ॥
পখা ছেদ হুয়া যেন বৈল গিৰিবৰ।।
সেহিমতে পৰিল শল্যৰ কলেবৰ ॥ ২৭৫২১
দুই খান হস্ত ইন্দ্ৰধনু যেন জ্বলে।
কেয়ুৰ কঙ্কণ সম ধৰণী মণ্ডলে ॥
পৰম মহন্ত ধৰ্ম্মৱন্ত মদ্ৰপতি।
বধিলন্ত ধৰ্ম্মযুদ্ধে ধৰ্ম্মৰ সন্ততি ॥ ২৭৫২২
যজ্ঞৰ মধ্যত অগ্নি হোৱন্ত প্ৰবল।
পাচে মহাশান্ত হোন্ত ভুঞ্জিয়া সকল ॥
পাণ্ডৱদলক দহি শল্য শান্ত ভৈল।
তথাপি শৰীৰ শোভা হৰক নগৈল ॥ ২৭৫২৩
পাণ্ডৱৰ বীৰগণে দেখি ৰঙ্গমনে।
যুধিষ্ঠিৰ নৃপতিক পূজিলা বচনে ॥
নানাবিধ বাদ্য ভগু বাইল অসংখ্যাত।
বাৰম্বাৰ সিংহনাদ ভৈল সিবেলাত ॥ ২৭৫২৪
অঙ্গীকাৰ সত্য কৰিলন্ত কুন্তীসুত।
মনত আনন্দ ৰাজা লভিলা বহুত ॥
দিব্য ৰথখান সাজি সাৰথি যোগাইল।
তাতে চড়ি ধনু ধৰি কৌৰৱক ধাইল ॥ ২৭৫২৫
শুনা সৰ্ব্বজন মন সাৱধান কৰি।
শল্য হেন ৰাজা নিমিষেকে গৈল মৰি ॥
বল দৰ্প অহঙ্কাৰ হৈল সবে ছাই।
কালৰ আগত বৰ ছোট কিছো নাই ॥ ২৭৫২৬
ব্ৰহ্মা দেৱ আদি কৰি পিম্পৰা পৰ্য্যন্তে।
সবাৰো মৰণ আছে নিজ আয়ু হন্তে ॥
জানি পৰলোক হিত চিন্তা মন কৰি।
কহে দামোদৰ দাসে বোলা হৰি হৰি ॥ ২৭৫২৭

**দুলড়ী**

সঞ্জয় বদতি শুনিয়ো সম্প্ৰতি
অনন্তৰে কুৰুপতি।
শল্যক সংহতি কৰে ধনু ধৰি
যুধিষ্ঠিৰ মহামতি ॥
পক্ষীৰাজ যেন খেদে সৰ্পগণ
সেহিমতে কুন্তীসুতে।
অনাথ সেনাক মাৰি শৰজাক
ক্ৰোধে খেদি যাই দ্ৰুতে ॥ ২৭৫২৮

ক্ষণেকতে শত সহস্ৰেক হত
কৰিলন্ত ভল্ল শৰে।
শল্যৰ কনিষ্ঠ হুয়া শোকাবিষ্ট
খেদি গৈলা অনন্তৰে ॥
আতি দুৰাসদ ৰণত দুৰ্ম্মদ
শল্যৰ সিটো সোদৰ।
ভাইৰ প্ৰতিকাৰ কৰো বুলি ক্ৰোধে
হানিলা নাৰাচ শৰ ॥ ২৭৫২৯
আৰো ছয় বাণ কৰিলা সন্ধান
নৃপতিৰ হৃদয়ত।
দুই খুৰ শৰ আতি তীক্ষ্ণতৰ
ধৰি সিটো সমৰত ॥
ভয়ঙ্কৰ ধনু ছেদি বীৰে পুনু
ৰথৰ ধ্বজ কাটিল।
ধৰ্ম্ম নৃপতিৰ বক্ষঃস্থলে দুই
বিংশতি শৰ হানিল ॥ ২৭৫৩০
মনে কোপ কৰি আন ধনু ধৰি
পাচে ৰাজা যুধিষ্ঠিৰ।
আতি তীক্ষ্ণতৰ মাৰি ভল্ল শৰ
ছেদিলন্ত তাৰ শিৰ ॥
কিৰীটি কুণ্ডল সমে শিৰ তাৰ
পৰিল খসি ভূমিত।
যেন স্বৰ্গবাসী পুণ্য ক্ষয় ভৈলে
পতন হোৱে ভূমিত ॥ ২৭৫৩১
তাহান মৰণ দেখি কুৰুগণ
কৰিলেক হাহাকাৰ।
দশোদিশ ভাগি পলাইবে লাগিল
মিলিল ভয় সবাৰ ॥
দিব্য ৰথে চড়ি খেদে ডবডৱি
সাত্যকি শিলিৰ নাতি।

দেখি কৃতবৰ্ম্মা ৰণে ঘোৰ কৰ্ম্মা
খেদি গৈলা ক্ৰোধে আতি ॥ ২৭৫৩২
যেন গজৰাজ দেখি মদমত্ত
কুঞ্জৰে খেদিয়া যাই।
হাৰ্দ্দিকক দেখি সেহিমতে ক্ৰোধে
সাত্যকিয়ো গৈলা ধাই ॥
দুইকো দুই খেদি হৈল একথান
কৃতবৰ্ম্মা যুযুধান।
দুয়ো মহাবীৰ দুৰ্জ্জয় শৰীৰ
বলত দুয়ো সমান ॥ ২৭৫৩৩
দুয়ো বিশাৰদ পৰম দুৰ্ম্মদ
জানয় অস্ত্ৰ সমস্ত।
দৃঢ় মুষ্টি দুয়ো মহা ধনুৰ্দ্ধৰ
দুয়ো বীৰ লঘুহস্ত ॥
ক্ৰোধে হুতাশন বেগত পৱন
প্ৰতাপত দিনকৰ।
গগন মণ্ডল ঢাকিল সকল
শৰ বৃষ্টি দুহাত্তৰ ॥ ২৭৫৩৪
কৃতবৰ্ম্মা কোপে পৰম আটোপে
ধনুক কৰি টঙ্কাৰ।
দশ গোটা বাণ সাত্যকি বীৰৰ
হিয়াত কৰি প্ৰহাৰ ॥
পাচে কতো পৰে তাঙ্ক তিনি শৰে
ৰথৰ ঘোঁৰা হানিল।
মাৰি এক বাণ পুনৰপি তান
মুঠিতে ধনু কাটিল ॥ ২৭৫৩৫
কটা ধনু খান পেলাই যুযুধান
আন ধনু আৰ লৈল।
অৰুণ নয়ন ফুৰাই ঘনে ঘন
ক্ৰোধত বীৰ জ্বলিল ॥

স্তনৰ অন্তৰ দশপাট শৰ
হানিল কৃতবৰ্ম্মাৰ।
ৰথৰ মুৰুলি কাটিলন্ত পাচে
হানি ভল্ল অনিৰ্ব্বাৰ ॥ ২৭৫৩৬
সাৰথিৰো শিৰ ছেদিলন্ত বীৰ
অৰ্দ্ধচন্দ্ৰ এক হানি।
আৰো চাৰি শৰে ঘোঁৰাক সত্বৰে
মাৰিলন্ত মহামানী ॥
ৰথভঙ্গে বীৰ ভূমিত পৰিল
পাচে হামখুড়ি খাই।
তান পৰাজয় দেখি কুৰুচয়
পলাইল মৃগ পৰায় ॥ ২৭৫৩৭
কৌৰৱৰ ভঙ্গ দেখি মনৰঙ্গ
কৰি পাণ্ডৱৰ দলে।
জয় বাদ্য বাৰে দণ্ড নচুৱাৰে
খেদি গৈল কৌতূহলে ॥
উভয় দলৰ ঘঞ্চালে পদৰ
উঠিল ধূলা আপাৰ।
গগন মণ্ডল ঢাকিল সকল
দিনতে হৈল আন্ধাৰ ॥ ২৭৫৩৮
অশ্ব-কুঞ্জৰৰ মনুষ্য সবাৰ
শোণিতে ভূমি ভিজিল।
মুহূৰ্ত্ত অন্তৰে ভৈল সুপ্ৰসন্ন
আন্ধাৰ পাচে গুচিল ॥
দেখে দুৰ্য্যোধন নিজ সেনাগণ
পলাই সবে মহাভয়।
তুৰঙ্গে মাতঙ্গে চড়ি মনৰঙ্গে
খেদি মাৰে পাণ্ডুচয় ॥ ২৭৫৩৯
পাচে ক্ৰোধ কৰি কৰে ধনু ধৰি
ৰথে চড়ি একেশ্বৰে।
আপুন সৈন্যক আশ্বাস কৰিয়া
বায়ু বেগে বীৰবৰে ॥
পাণ্ডৱৰ বীৰ- গণক সমৰে
নিবাৰিলা বাহুবলে।
হেন দেখি পাচে সমস্তে কৌৰৱ
পুনৰপি সমদলে ॥ ২৭৫৪০
নানা অস্ত্ৰ শস্ত্ৰ ধৰিয়া সমস্ত
খেদি গৈলা যম সম।
পৰম দুস্তেজ প্ৰাণক উছৰ্গি
কৰিল সবে বিক্ৰম ॥
সাত্যকিৰ শৰ ঘাৰে কৃতবৰ্ম্মা
কতোক্ষণ আছে পৰি।
সন্ধুক্ষণ হুয়া পাচে সমৰক
আন ৰথে গৈল চড়ি ॥ ২৭৫৪১
দেখি ধৰ্ম্মৰাজে সংগ্ৰামৰ মাজে
কৰ্ণ মানে ধনু টানি।
ৰথখান তাৰ কৰিলা নিৰ্য্যাণ
তীক্ষ্ণ তিনি শৰ হানি ॥
আৰো ছয় ভল্ল ধৰি মহাবল
হানিলা কৃপক প্ৰতি।
পাচে শৰ হত ঘোৰ সমৰত
ক্ৰোধে অতি মহামতি ॥ ২৭৫৪২
আকৰ্ণ পূৰিয়া ধনু আঁহৰিয়া
বাছি লৈয়া আঠ শৰ।
কুন্তী-তনয়ৰ স্তনৰ মধ্যত
ভেদিলন্ত দ্বিজবৰ ॥
আৰো তীক্ষ্ণতৰ শিলীমুখ শৰ
আঠপাট গুণে জুৰি।
চাৰিয়ো ঘোঁৰাক দুই দুই কৰি
হানিল ধনু আঁজুৰি ॥ ২৭৫৪৩

ভঙ্গ কৃতবৰ্ম্মা দেখি অশ্বত্থামা
তুলিয়া নিজ ৰথত।
পৱন সমান কৰি ৰথখান
প্ৰৱেশে কুৰু দলত॥
দেখি পাণ্ডুগণে মহাৰঙ্গমনে
কৰিলেক সিংহনাদ।
কাহাল কৰ্ণাল ভেৰী তুৰি তাল
দুন্দুভি শঙ্খ সম্বাদ॥ ২৭৫৪৪
ধৰ্ম্মৰ পুত্ৰৰ শিৰত চন্দ্ৰৰ
সমান ছত্ৰ ধৰিল।
মহাৰথীগণে আনন্দে আসিয়া
প্ৰশংসা সবে কৰিল॥
বৃত্ৰ বধ কালে দশদিগপালে
ইন্দ্ৰক যেন পূজিল।
সেহিমতে শল্য বধ পাণ্ডুগণে
ৰাজাক ৰঙ্গে অৰ্চ্চিল॥ ২৭৫৪৫
হেন মহোৎসৱ কৰিয়া পাণ্ডৱ
ৰণ মাজে যেবে ৰৈল।
শুনা কুৰুপতি তোমাৰ কুমতি
বিসঙ্গতি যেন ভৈল॥
শুনা সভাসদ ভাৰতৰ পদ
সাৱধান নিশৱদে।
দেখা দুৰ্য্যোধন আদি ৰাজাগণ
নষ্ট হৈল শ্ৰীমদে॥ ২৭৫৪৬
ৰুদ্ৰ ৰূপে যিটো জগত সংহাৰ
কৰন্ত সৃষ্টিৰ অন্তে।
ৰথৰ সাৰথি অৰ্জ্জুনৰ সেহি
পূৰ্ণচন্দ্ৰ ভগৱন্তে॥
তথাপি বয়স বল বিদ্যা মদে
অন্ধ হুয়া জয়মনে।
কৃষ্ণসখা পাণ্ডু- গণক অসূয়া
কৰিয়া মৰিল ৰণে॥ ২৭৫৪৭
এতেকেসে সৰ্ব্ব অহঙ্কাৰ তেজি
শুনিয়ো কৃষ্ণৰ কথা।
দেৱৰ দুৰ্ল্লভ মনুষ্য শৰীৰ
আক নকৰিয়ো বৃথা॥
বিষয়ৰ সুখ সমস্তে যোনিত
পাই জানি তাক এৰি।
কহে দামোদৰে নিৰন্তৰে নৰে
ৰাম ৰাম বোলা বেঢ়ি॥ ২৭৫৪৮

---

শল্যৰ সৈন্যৰ লগত পাণ্ডৱৰ ৰণ

পদ

সঞ্জয় বদতি শুনিয়োক আতপৰে।
সমৰত হত যেবে শল্য নৃপবৰে॥
ষাঠি শত বীৰ নিজ ৰাজাৰ লগৰ।
ৰণত দুৰ্ম্মদ সবে মহা ধনুৰ্দ্ধৰ॥ ২৭৫৪৯
আপুন স্বামীৰ নিজ উপকাৰ স্মৰি।
ঋণ শুজোঁ বুলি সবে মহা ক্ৰোধ কৰি॥
কৌৰৱৰ মহাদল হন্তে বাহিৰাই।
ৰাজা যুধিষ্ঠিৰক সমস্তে গৈলা ধাই॥ ২৭৫৫০
গিৰিবৰ যেন এক হস্তী মদমত্ত।
আছে দুৰ্য্যোধন চঢ়ি তাৰ উপৰত॥
দেখি পাণ্ডৱক বীৰগণে খেদি যায়।
কৰিল নিষেধ তাসম্বাক লাগ পাই॥ ২৭৫৫১
নযাইবা নযাইবা সমৰক বীৰগণ।
বাৰম্বাৰ নিষেধ কৰিলা দুৰ্য্যোধন॥
তথাপিতো সিটো মদ্ৰদেশী বীৰগণে।
যুধিষ্ঠিৰ নৃপতিক বধিবাক মনে॥ ২৭৫৫২

ক্ৰোধে একে জোপে পাণ্ডৱক গৈল ধাই।
কৈত আছে যুধিষ্ঠিৰ বুলিয়া চেঞ্চাই ॥
ভীম ধনঞ্জয় কৈত মাদ্ৰীৰ তনয়।
পাঞ্চাল সোমকগণ কৈত বা শৃঞ্জয় ॥ ২৭৫৫৩
এহিমতে ডকাডকি কৰি দশোদিশে।
আকৰ্ণ পূৰিয়া নানা অস্ত্ৰক বৰিষে ॥
পৱন সঞ্চাৰে নৃপতিৰ পাইল কোল।
ধৰ ধৰ মাৰ মাৰ বুলি কৰে বোল ॥ ২৭৫৫৪
পাচে হেন দেখি ধনঞ্জয় ক্ৰোধ কৰি।
ৰথে চড়ি খেদি গৈলা গাণ্ডীৱক ধৰি ॥
ধৃষ্টদ্যুম্ন ভীম দুই মাদ্ৰীৰ নন্দন।
সাত্যকি শিখণ্ডী পাঞ্চালৰ বীৰগণ ॥ ২৭৫৫৫
যুধিষ্ঠিৰ নৃপতিক আৱৰি সত্বৰ।
ৰথীসকলক কৰি তীক্ষ্ণতৰ শৰ ॥
কুম্ভীৰ মগৰ মৎস্য আদি জলচৰ।
কম্পাৱয় যেনমতে জল সাগৰৰ ॥ ২৭৫৫৬
ৰথীসকলক পাণ্ডুগণে সেহিমত।
বাহুবলে চানিলেক ঘোৰ সমৰত ॥
দ্ৰৌপদীৰ পাঞ্চপুত্ৰ সাত্যকি সহিত।
এহি ছয় বাৰে ক্ৰোধ কৰি বিপৰীত ॥ ২৭৫৫৭
ৰথে চড়ি প্ৰৱেশিয়া মদ্ৰৰ মাজত।
বিস্তৰ কৰিলা ৰথ ৰথী অশ্ব হত ॥
তথাপিতো সিটো বীৰগণ অনিৰ্ব্বাৰ।
নেদিলেক যুদ্ধ কৰি প্ৰতিকাৰ তাৰ ॥ ২৭৫৫৮
হেন দেখি ভীম ধনঞ্জয় যুধিষ্ঠিৰ।
ধৃষ্টদ্যুম্ন শিখণ্ডীক আদি যত বীৰ ॥
সবে মহাৰথী বেঢ়ি কৰিয়া সমৰ।
মদ্ৰ অনুচৰগণ নিলা যমঘৰ ॥ ২৭৫৫৯
শকুনি বুলিলা পূৰ্ব্বে কৰিলোঁ শপত।
সবে সবাহাকে ৰক্ষা কৰিবা ৰণত ॥
সিটো সত্য নষ্ট কেনে কৰিয়ো সম্প্ৰতি।
প্ৰতিকাৰ কিসক নকৰা মহামতি ॥ ২৭৫৬০
হেন শুনি দুৰ্য্যোধনে বোলে মাতুলক।
কৰিলোঁ নিষেধ সবে ৰথীসকলক ॥
তথাপিতো মন্দবুদ্ধি মদ্ৰবীৰগণ।
পাণ্ডৱ দলৰ মধ্যে পশি দিলা ৰণ ॥ ২৭৫৬১
শকুনিৰ বাণী হেন শুনি দুৰ্য্যোধন।
সমদলে সাজি সবে কুৰুবীৰগণ ॥
মহা সিংহনাদ কৰি পৃথিৱী কম্পাই।
দুন্দুভি তবলা ভেৰী কৰ্ণাল বজাই ॥ ২৭৫৬২
ৰাজাৰ বচন শুনি শকুনি বদতি।
তথাপি ক্ৰোধৰ কাল নুহিকে সম্প্ৰতি ॥
ৰথ গজ বাজী সাজি যায়োক সত্বৰ।
ৰাখা ৰাজা মদ্ৰগণ সেৱক শল্যৰ ॥ ২৭৫৬৩
ধৰ ধৰ মাৰ বুলি সবে কৰে বোল।
প্ৰচণ্ড বাতাস যেন সাগৰ কল্লোল ॥
পাণ্ডৱগণক মদ্ৰগণে নিৰন্তৰ।
শল্যৰ বিয়োগ দুখে কৰয় সমৰ ॥ ২৭৫৬৪
দেখে খেদি আসে কুৰুবীৰগণ যত।
কৰিলেক সিংহনাদ আনন্দে মনত ॥
সেহি বেলা উতপাত ভৈল অসংখ্যাত।
শল্যৰ মাজত আসি পৰিল নিৰ্ঘাত ॥ ২৭৫৬৫
নানা অস্ত্ৰ শস্ত্ৰ ধৰি দশগুণ প্ৰাণে।
মহাৰথীসকলৰ শৰীৰত হানে ॥
গৃধ্ৰ কাক পক্ষীগণ উপৰত ভ্ৰমে।
আনো নানা বিমঙ্গল দেখিলেক ক্ৰমে ॥ ২৭৫৬৬
অৰ্জ্জুনে গাণ্ডীৱ ধনু কৰিয়া টঙ্কাৰ।
অসংখ্যাত বাণগণ কৰিয়া প্ৰহাৰ ॥
শৰঘাৱে কতো বীৰগণ হৈল ঘাইল।
ৰথক এৰিয়া কতো ভুৱঙ্গ পলাইল ॥ ২৭৫৬৭

কাৰো দুই তুৰঙ্গক মাৰিলন্ত বীৰে।
আৰো দুই ঘোঁৰা ভগা ৰথ সমে ফুৰে ॥
নাহি ৰথ সাৰথি আছয় চাৰি হয়।
পৱন সঞ্চাৰে ৰণভূমিত ভ্ৰময় ॥ ২৭৫৬৮
ৰথহন্তে মৰি কতো পৰে বীৰচয়।
পাত হোৱে সিদ্ধগণ যেন পুণ্যক্ষয় ॥
তথাপিতো শল্যৰ সেৱক নিৰন্তৰ।
প্ৰাণৰ কাৰণে কেহো নেদিল সমৰ ॥ ২৭৫৬৯
সবে ৰথীগণ ভৈল সমৰন্ত হত।
দেখিয়া আনন্দ বৰ হৈল পাণ্ডু যত ॥
কৰিলেক শঙ্খ সিংহনাদ অনির্ব্বাৰ।
হেন দেখি সেনাগণ কৌৰৱ ৰাজাৰ ॥ ২৭৫৭০
পলাইবে লাগিলা বীৰগণ সমন্বিত।
মদ্ৰৰ মৰণে ভয় হুয়া বিপৰীত ॥
কাণ্ডাৰী বিহীনে যেন নাও টলবল।
দন্ত ভগা গজ যেন হীন হুয়া বল ॥ ২৭৫৭১
শিঙ্গ ভগা বৃষ ভয়ে পলাই যেনমতে।
পলাই কুৰুবীৰগণ সেনাপতি হতে ॥
শল্য হতে আছে বীৰগণ যত আৰ।
ৰাজা দুৰ্য্যোধন আদি তনয় তোমাৰ ॥ ২৭৫৭২
সেনা ৰক্ষা কৰি পাণ্ডুগণকে সম্প্ৰতি।
জয় আশা দূৰ গৈল হতে মহাৰথী ॥
পাণ্ডৱৰ শত ঘাৱে সমস্তে ব্যথিত।
যাই সবে বেগে চড়ি ঘোটক হস্তীত ॥ ২৭৫৭৩
পলাই কতো পদগতি ৰথী ৰথে চড়ি।
কাকো কেও নচাৱয় যাই দড়দড়ি ॥
পর্ব্বত সমান দুই সহস্ৰ কুঞ্জৰ।
মাহুতে দেখয় পলাই যাই নিৰন্তৰ ॥ ২৭৫৭৪
দেখিয়া পাঞ্চাল পাণ্ডৱৰ বীৰগণ।
শৰ বৰিষন্তে দেখি যান্ত ৰঙ্গমন ॥
ধনুৰ শবদে সিংহনাদ শঙ্খধ্বনি।
পয়োভৰে দলদোপ কৰয় ধৰণী ॥ ২৭৫৭৫
আপুনাৰ মাজে পাণ্ডু পাঞ্চাল শৃঞ্জয়।
অন্যো অন্যে ইষ্ট কথা কথন কৰয় ॥
আজি ধৰ্ম্ম যুধিষ্ঠিৰে লভিবন্ত জয়।
কৌৰৱৰ ৰাজ-শ্ৰী গুচিব নিশ্চয় ॥ ২৭৫৭৬
আজি শুনিবন্ত ধৃতৰাষ্ট্ৰ নৃপবৰে।
দুৰ্য্যোধন প্ৰিয়পুত্ৰ পৰিল সমৰে ॥
হৃদয়ত মুঠি ঘাৱ হানি বিপৰীত।
দাৰুণ সমৰে পৰিবেক পৃথিৱীত ॥ ২৭৫৭৭
আজি জানিবেক পাঞ্চ পাণ্ডৱৰ বল।
বিদুৰৰ বাক্য আজি স্মৰিয়ো সকল ॥
আজি নিজবুদ্ধিক গুণিব মনে মন।
পাণ্ডৱৰ দুখ আজি কৰিব স্মৰণ ॥ ২৭৫৭৮
অৰ্জ্জুনৰ ঘোৰ ধনু শৰক সম্প্ৰতি।
আজিসে জানিব ধৃতৰাষ্ট্ৰ মন্দমতি ॥
দেৱৰ দুৰ্জ্জয় মহাবীৰ মদ্ৰপতি।
যিমতে বধিলা যুধিষ্ঠিৰ মহামতি ॥ ২৭৫৭৯
শুনিবা সমস্তে সিটো মহাদুখ মনে।
ভীমৰ বিক্ৰম যেন জানিবন্ত ৰণে ॥
দুঃশাসন দুৰ্ম্মতিৰ তপত ৰুধিৰ।
অঙ্গীকাৰ পূৰি পান কৰিলন্ত বীৰ ॥ ২৭৫৮০
পৰম আশ্চৰ্য্য ইটো তিনিয়ো লোকত।
নাহি দেখি নতু শুনি কাহাৰো মুখত ॥
শুনিবন্ত মাদ্ৰীতনয়ৰ বাহুবল।
বধিবন্ত যেনমতে গান্ধাৰসকল ॥ ২৭৫৮১
ভীমসেন সাত্যকি শিখণ্ডী ধনঞ্জয়।
ধৃষ্টদ্যুম্ন বীৰ আৰো মাদ্ৰীৰ তনয় ॥
মহাধনুৰ্দ্ধৰ পাঞ্চপুত্ৰ দ্ৰৌপদীৰ।
পৰম মহন্ত ধৰ্ম্মৰাজ যুধিষ্ঠিৰ ॥ ২৭৫৮২

কৰন্ত সমৰ হেনমতে যোদ্ধাচয়।
তেবে কেনে নহৈবেক সংগ্ৰামত জয় ॥
জগতৰ পতি যিটো কৃষ্ণ জনাৰ্দ্দন।
তাহাঙ্ক কৰিছে নাথ ইটো পাণ্ডুগণ ॥ ২৭৫৮৩
অনিচ্ছায়ে যাৰ নাম কৰিলে গ্ৰহণ।
পাৱে পৰম্পদ মহামহা পাপীগণ ॥
কায়বাক্যমনে ইটো পাণ্ডুগণ যত।
কৰয় ভকতি হেন ঈশ্বৰ কৃষ্ণত ॥ ২৭৫৮৪
ভকত জনৰ কৃষ্ণে পূৰে মনস্কাম।
এতেকেসে ধৰ্ম্মৰাজে জিনিলা সংগ্ৰাম ॥
মহাবলবন্ত শত সহস্ৰ নৃপতি।
জিনিবাক পাৰে বলে কাহাৰ শকতি ॥ ২৭৫৮৫
এতেকেসে যুধিষ্ঠিৰ ধৰ্ম্ম নৃপবৰ।
যাৰ নাম হৃষীকেশ দেৱ গদাধৰ ॥
ভীষ্ম গুৰু দ্ৰোণ কৰ্ণ শল্য নৃপবৰ।
একোজনে জিনিবাক পাৰে পুৰন্দৰ ॥ ২৭৫৮৬
হেনয় দুৰ্জ্জয় বাৰগণ সমৰত।
কৰিলে পাণ্ডৱে অনায়াসে সবে হত ॥
কৃষ্ণ অনুগ্ৰহ বিনে নঘটে সমুলি।
কৰন্ত আনন্দ বীৰগণ এহি বুলি ॥ ২৭৫৮৭

### দুৰ্য্যোধনৰ লগত পাণ্ডৱৰ ৰণ

সঞ্জয় বদতি শুনিয়োক মহাশয়।
পাচে দুৰ্য্যোধন ৰাজা তোমাৰ তনয় ॥
সাৰথিক চাই হেন বুলিলা বচন।
মোক অতিক্ৰম কৰিলেক পাণ্ডুগণ ॥ ২৭৫৮৮
ৰথত চড়িয়া হাতে ধনু শৰ ধৰি।
হৰিণযূথক যেন প্ৰমত্ত কেশৰী ॥
অসংখ্যাত বীৰগণ বধিলেক প্ৰাণে।
ঘোৰ সিংহনাদ কৰে ঘোৰ বিভ্ৰমানে ॥ ২৭৫৮৯
সাৱধানে সাৰথি সাজিয়া আন ৰথ।
কুন্তীসুতসকলক নেয়ো যম-পথ ॥
ৰাজাৰ আদেশ হেন সাৰথি শুনিয়া।
অশ্ব মন্দিৰক প্ৰতি গৈলেক চলিয়া ॥ ২৭৫৯০
সেহি সময়ত সৈন্য একৈশ হাজাৰ।
গজ বাজী ৰথ কিছো নাই তাসম্বাৰ ॥
ৰণত দুৰ্ম্মদ মহা পদাতি কটক।
ফিৰিয়া ধৰিল কোপমনে পাণ্ডৱক ॥ ২৭৫৯১
ধৰ ধৰ মাৰ মাৰ বুলি কৰে ৰোল।
কিল কিল ধ্বনিত শুশুনি মাত বোল ॥
নানা জাতি নানা ৰূপ নানা অলঙ্কাৰ।
নানা অস্ত্ৰ শস্ত্ৰ ধৰি কৰয় প্ৰহাৰ ॥ ২৭৫৯২
ধৃষ্টদ্যুম্ন সেনাপতি বীৰ বৃকোদৰ।
দেখিল পদাতিগণ নানান দেশৰ ॥
পৰম আটোপে সাজি চতুৰঙ্গদলে।
পদাতিগণক নিবাৰিলা কুতূহলে ॥ ২৭৫৯৩
ভীমক দেখিয়া সেনাগণ কোপমনে।
বাণ বৰিষন্তে আসি বেঢ়িলেক ৰণে ॥
হেন দেখি বীৰ বৃকোদৰ সমৰত।
লীলায়ে ৰহিলা যেন কৈলাস পৰ্ব্বত ॥ ২৭৫৯৪
পাচে ৰথ হন্তে ভীম নামিলা ভূমিত।
ভয়ঙ্কৰ গদা গোট ধৰিয়া ত্বৰিত ॥
যম যেন দণ্ড ধৰি প্ৰজা সংহাৰিল।
সেহিমতে ভীমে সেনাগণক বধিল ॥ ২৭৫৯৫
গজ বাজী হীন সেনা একৈশ হাজাৰ।
বধিলা সমস্তে কৰি গদাৰ প্ৰহাৰ ॥
ৰণভূমি জুৰি পৰি ৰৈল মৰা শৰ।
পাচে পুনৰপি ৰথে চড়িলা পাণ্ডৱ ॥ ২৭৫৯৬
অনন্তৰে দুৰ্য্যোধন তোমাৰ তনয়।
সাৰথি যোগাইল ৰথ হেন যে সময় ॥

গজ এৰি তাহাত চৰিলা দুৰ্য্যোধন।
বাট ভেটি আগত ৰহিলা কোপমন ॥ ২৭৫৯৭
পাৰ পাই সাগৰ ৰহিলা যেনমত।
ৰহিলন্ত পাণ্ডুবীৰগণ সেহিমত ॥
দেখিলোঁ পৌৰুষ বৰ তোমাৰ পুত্ৰৰ।
একেশ্বৰে সবাকো ৰাখিলা কুৰুবৰ ॥ ২৭৫৯৮
নৃপতিৰ নিকটত ৰথীগণ আছে।
পলাইবেক যেন ৰাজা দেখিলন্ত পাচে ॥
ভয়াতুৰ ৰথীগণ দেখি দুৰ্য্যোধন।
সম্বুধিয়া তাসম্বাক বুলিলা বচন ॥ ২৭৫৯৯
নেদেখোঁহো পলাই যেন প্ৰাণ ৰাখিবাৰ।
পাণ্ডৱৰ হস্তে ইটো জগততে সাৰ ॥
বিস্তৰ আমাৰ সেনা অল্প পাণ্ডৱৰ।
ক্ষত যে বিক্ষত অঙ্গ কৃষ্ণ অৰ্জ্জুনৰ ॥ ২৭৬০০
এতেকে ৰহিয়ো সবে এৰিয়া সংশয়।
অৱশ্যে আমাৰ আজি হৈবে ৰণ জয় ॥
কিবা ভয়াতুৰ কিবা নিৰ্ভয় জনৰ।
অৱশ্যে মৰণ আছে সৰ্ব্ব জগতৰ ॥ ২৭৬০১
মাৰিবে অন্তকে কাৰো নাহিকে নিস্তাৰ।
তেবে কেনে অধৰ্ম্ম তেজিয়ো আপুনাৰ ॥
পলাই মূঢ়সবে ইটো প্ৰাণৰ কাতৰে।
নাহি মহাপাপ সংসাৰত তাত পৰে ॥ ২৭৬০২
পৰম শ্ৰেয়স ধৰ্ম্ম ৰণত মৰণ।
লোকত যশস্যা দেৱভুৱনে গমন ॥
এতেকে ক্ষত্ৰিয়গণ তেজি মৃত্যুভয়।
সংগ্ৰামক প্ৰতি সবে কৰিয়ো নিশ্চয় ॥ ২৭৬০৩

শাল্বৰ লগত পাণ্ডৱৰ ৰণ আৰু শাল্বৰ মৃত্যু

কুৰুনৃপতিৰ হেন শুনিয়া বচন।
কৰিলেক সাধুৰ্ব্বাদ মহাৰথীগণ ॥
পুনৰপি পাণ্ডৱক খেদি গৈলা ৰণে।
হেন দেখি পাচে ধনঞ্জয় কোপমনে ॥ ২৭৬০৪
গাণ্ডীৱ ধনুক ধৰি কৰিলা টঙ্কাৰ।
কুৰুসকলক প্ৰতি কৰিলন্ত ধাৰ ॥
সহদেৱ সাত্যকি নকুল বৃকোদৰ।
ধৃষ্টদ্যুম্ন আদি বীৰগণ নিৰন্তৰ ॥ ২৭৬০৫
পৰম আটোপে কোপে পৱন সঞ্চাৰে।
কৌৰৱক প্ৰতি খেদি গৈলা একেবাৰে ॥
হেন দেখি ম্লেচ্ছপতি শাল্ব নৃপবৰ।
ৰণত দুৰ্ম্মদ সিটো মহা ধনুৰ্দ্ধৰ ॥ ২৭৬০৬
মদমত্ত হস্তী এক পৰ্ব্বত সমান।
উভয় দলত গজ নাহি সম আন ॥
মহাবলৱন্ত ঐৰাৱত কুলে জাত।
প্ৰকাশ কৰন্ত শাল্ব ৰাজা চড়ি তাত ॥ ২৭৬০৭
উদয় গিৰিত যেনমতে দিবাকৰ।
প্ৰকাশ কৰয় সেহিমতে নৃপবৰ ॥
আগবাঢ়ি খেদি গৈল কুৰুদল হস্তে।
শণাইত শৰগণ প্ৰকাশ কৰন্তে ॥ ২৭৬০৮
যেন পুৰন্দৰ পূৰ্ব্বে ঐৰাৱত কন্ধে।
খেদি গৈলা অসুৰক মাৰিবে প্ৰবন্ধে ॥
ঐৰাৱত হস্তীত চৰিয়া সেহিমত।
পাণ্ডৱৰ সেনা শাল্বে কৰিলেক হত ॥ ২৭৬০৯
সাগৰ সমান সিটো সেনা পাণ্ডৱৰ।
মহা ভয়ে পলাইবে লাগিল নিৰন্তৰ ॥
ঊৰ্ম্মি উথলিল যেন সমুদ্ৰত বাৰে।
পলাইল পাণ্ডৱসেনাগণ সেহি ভাৱে ॥ ২৭৬১০
দেখি কুৰুগণ মহা আনন্দ লভিল।
শাল্ব নৃপতিক সবে আনন্দে পূজিল ॥
চন্দ্ৰসম শুক্ল শঙ্খ কৰিল নৱাদ।
কৌতুকতে কৰিলেক সবে সিংহনাদ ॥ ২৭৬১১

ঢাক ঢোল তবল মার্দ্দল ভেৰী বাৰে।
স্বৰ্গকো লঙ্ঘিল কিল কিলৱ প্ৰভাৱে ॥
দাম জাব দমদমি ফুকয় কর্ণাল।
দশোদিশে শুনি গজ ঘণ্টাৰ আস্ফাল ॥ ২৭৬১২
আনো নানাবিধ ৰঙ্গ কৰয় উৎসৱ ॥
হেন দেখি পাচে কোপ কৰিয়া পাণ্ডৱ ॥
পাঞ্চাল সোমকগণ বিৰাটতনয়।
ধৃষ্টদ্যুম্ন আদি আনো মহাৰথীচয় ॥ ২৭৬১৩
কৌৰৱৰ সিংহনাদ সবেয়ো ক্ৰোধিয়া।
মন পৱনৰ বেগে গৈলন্ত খেদিয়া ॥
সবাৰো আগত ধৃষ্টদ্যুম্ন বীৰবৰ।
পুৰন্দৰ দেৱ যেন মহা ধনুৰ্দ্ধৰ ॥ ২৭৬১৪
শুক্লবৰ্ণ চাৰি ঘোঁৰা আতি মনোহৰ।
মহা বেগৱন্ত গৰুড়ৰ সমসৰ ॥
পাইলন্ত নিকট ঐৰাৱত কুঞ্জৰৰ।
একশত নাৰাচ ধৰিয়া অনন্তৰ ॥ ২৭৬১৫
কোপমনে কুম্ভস্থলে কৰিলা প্ৰহাৰ।
পঞ্চাশ নাৰাচ বীৰে ধৰি পুনৰ্ব্বাৰ ॥
মৰ্ম্মস্থান চাই হানিলন্ত নিৰন্তৰে।
দ্ৰুপদনন্দন ধৃষ্টদ্যুম্ন বীৰবৰে ॥ ২৭৬১৬
ঐৰাৱত গজৰাজ দাৰুণ প্ৰহাৰে।
চেঞ্চাই পলাইবে লৈলা পৱন সঞ্চাৰে ॥
হেন দেখি অঙ্কুশ ধৰিলা ৰাজা শাল্ব।
সিটো গজৰাজক ৰাখিলা তত কাল ॥ ২৭৬১৭
মহামত্ত অযুত হস্তীৰ বল গাৰে।
প্ৰত্যেক পদত মহীমণ্ডল কম্পাৰে ॥
অঙ্কুশৰ ঘাৱে হেন হস্তীক ফিৰাইল।
দ্ৰুপদপুত্ৰৰ পাচে ৰথক দেখাইল ॥ ২৭৬১৮
পৱন সঞ্চাৰে সিটো মত্তমত্ত দ্বিপ।
পাঞ্চাল পুত্ৰৰ পাচে পাইলেক সমীপ ॥
দেখি ধৃষ্টদ্যুম্ন বীৰ গদাগোট ধৰি।
পৃথিৱীত জাম্প দি নামিলা শীঘ্ৰ কৰি ॥ ২৭৬১৯
পাচে ৰথখান ঐৰাৱতে লাগ পাইল।
তলে দান্ত দিয়া উপৰক আলগাইল ॥
চাৰি গোটা তুৰঙ্গও সাৰথি সহিত।
মাৰিল ত্বৰিতে কোপে আচাৰি ভূমিত ॥ ২৭৬২০
হেন দেখি পাণ্ডৱৰ মহাৰথীচয়।
শিখণ্ডী সাত্যকি ভীমসেন ধনঞ্জয় ॥
খেদি গৈলা নানা বাণগণ বৰিষন্তে।
পৰৈ ৰশ্মি-জাল যেনমতে সূৰ্য্য হন্তে ॥ ২৭৬২১
দেখিয়া অঙ্কুশ শাল্বে মাহুতক দিলা।
ভয়ঙ্কৰ ধনুখান ত্বৰিতে ধৰিলা ॥
ৰথীসকলক প্ৰতি প্ৰহাৰিয়া শৰ।
নিবাৰিলা ৰাজা বীৰগণ পাণ্ডৱৰ ॥ ২৭৬২২
দেখিয়া বিস্ময় মনে সুৰগণ যত।
হাহাকাৰ কৰি সবে ৰহিলা দূৰত ॥
অনন্তৰে ধৃষ্টদ্যুম্ন দ্ৰুপদতনয়।
ঐৰাৱত হস্তী হন্তে পাই মহাভয় ॥ ২৭৬২৩
পাচে বিমৰষি বীৰ ক্ৰোধিয়া মনত।
শৃঙ্গ সমন্বিতে যেন কৈলাস পৰ্ব্বত ॥
বিদ্যুত সঞ্চাৰে খেদি গৈলা কুঞ্জৰক।
ৰহ ৰহ বুলি গদা তুলি উপৰক ॥ ২৭৬২৪
ধৃষ্টদ্যুম্ন বীৰক দেখিয়া হস্তী গোট।
খেদি গৈলা কোপমনে কৰিয়া আস্ফোট ॥
প্ৰত্যেক খোজত মহীমণ্ডল লৰয়।
দেখিয়া বিষণ্ণ পাণ্ডৱৰ বীৰচয় ॥ ২৭৬২৫
কৌৰৱ দলৰ বৰ আনন্দ মনত।
ধৃষ্টদ্যুম্ন নিৰ্ভয়ে আছন্ত সমৰত ॥
গিৰিবৰ মান গজৰাজ ভয়ঙ্কৰ।
প্ৰকাশ কৰয় যেন নৱ জলধৰ ॥ ২৭৬২৬

শুণ্ড তুলি উপৰক আসে মহানাগ।
পাঞ্চালপুত্ৰক কোপ কৰি পাইলা লাগ ॥
শুণ্ডৰ আচাৰ মাৰিলেক বৰ লাগে।
এৰাইলেক তাক ধৃষ্টদ্যুম্ন মহাভাগে ॥ ২৭৬২৭
দন্ত ভিড়িবাক প্ৰতি কৰয় যতন।
দেখি চক্ৰাকাৰে ফুৰি দ্ৰুপদনন্দন ॥
কতোক্ষণে ছিদ্ৰ পাচে পায়া মহাবলে।
মাৰিলন্ত কোব কুঞ্জৰৰ কুম্ভস্থলে ॥ ২৭৬২৮
দাৰুণ প্ৰহাৰে কুম্ভ ভাগিলঁ হস্তীৰ।
কৰিলেক বান্তি মুখে ওলাইল ৰুধিৰ ॥
বিষ্ঠা মূত্ৰ এৰি পাচে পৰিলা মহীত।
কম্পিল ধৰণী মহীমণ্ডল সহিত ॥ ২৭৬২৯
হাহাকাৰ কৰিলেক যত কুৰুদল।
আনন্দ লভিলা দেখি পাণ্ডৱসকল ॥
সেহি সময়ত সমৰত যুযুধান।
শাল্বৰ কাটিলা শিৰ হানি ভল্লবাণ ॥ ২৭৬৩০
মৃতক হস্তীৰ হতে পাচে নৃপবৰ।
ঢলিয়া পৰিল ৰণ-ধৰণী উপৰ ॥
পূৰ্ব্বে যেনমতে বজ্ৰে পৰ্ব্বত শিখৰ।
কাটিয়া পেলাইলা পৃথিবীত পুৰন্দৰ ॥ ২৭৬৩১
সেহিমতে হস্তী সমে শাল্ব মহাবলী।
সমৰত যেবে যমপুৰে গৈলা চলি ॥
ভাগিবে লাগিলা মহাবল কৌৰৱৰ।
প্ৰচণ্ড বতাসে যেন বৃক্ষ অৰণ্যৰ ॥ ২৭৬৩২

সাত্যকি আৰু কৃতবৰ্ম্মাৰ যুদ্ধ

হেন দেখি পাচে কৃতবৰ্ম্মা মহাৰথ।
সমৰে শক্ৰৰ বীৰে নিবাৰিলা পথ ॥
ৰহিলা নিৰ্ভয়ে যেন সচল পৰ্ব্বত।
দেখিলা সাত্যকি কোপ কৰিয়া মনত ॥ ২৭৬৩৩
সুবৰ্ণ-ৰচিত ৰথে চৰি শীঘ্ৰ কৰি।
খেদি গৈলা প্ৰচণ্ড কোদণ্ড কৰে ধৰি ॥
কৃতবৰ্ম্মা বীৰ আগে ৰথখান আছে।
ভেদিলা হৃদয় তীক্ষ্ণ বিংশতি নাৰাচে ॥ ২৭৬৩৪
দাৰুণ প্ৰহাৰ পাই কৃতবৰ্ম্মা বীৰ।
বিপৰীত কোপে আতি কম্পাইলা শৰীৰ ॥
আকৰ্ণ পূৰিয়া প্ৰহাৰিলা সাত শৰ।
ভেদিলা সাত্যকিৰ সমস্ত কলেৱৰ ॥ ২৭৬৩৫
বাছি পাচে সাত্যকি হানি সাত বাণ।
পুনৰপি দশ বাণ কৰিলা সন্ধান ॥
আৰ বাৰ প্ৰহাৰ কৰিলা সাত শৰে।
ভয়ঙ্কৰ নাদ কৰিলন্ত অনন্তৰে ॥ ২৭৬৩৬
সমস্তে ভেদিলা কৃতবৰ্ম্মাৰ শৰীৰ।
ঘাৱমুখ হন্তে বহি পৰয় ৰুধিৰ ॥
হাদ্দিকে কৰিয়া ক্ৰোধ ধৰি ষাঠিবাণ।
সাত্যকিক প্ৰতি ক্ৰোধে কৰিয়া সন্ধান ॥ ২৭৬৩৭
শৰ আসিবাৰ দেখি আছে যুযুধান।
আকাশতে কাটিয়া কৰিলা খান খান ॥
দেখি কৃতবৰ্ম্মা কোপ কৰিয়া মনত।
অৰ্দ্ধচন্দ্ৰ নাৰাচ পৰিঘ বংশদণ্ড ॥ ২৭৬৩৮
দশোদিশে ভল্ল ভিণ্ডি মুষল হানিল।
তাহাকো সাত্যকি শৰে পথতে কাটিল ॥
হেন দেখি তিনি শৰ কৃতবৰ্ম্মা বীৰ।
কোপে ললাটত তাড়িলন্ত সাত্যকিৰ ॥ ২৭৬৩৯
তিনি শৰ সমে প্ৰকাশয় যুযুধান।
পৰম দুৰ্ম্মদ হুতাশনৰ সমান ॥
কৃতবৰ্ম্মা বীৰ যেন প্ৰচণ্ড আদিত্য।
আকাশৰ হন্তে নামি আছন্ত ভূমিত ॥ ২৭৬৪০
মহা ধনুৰ্দ্ধৰ দুয়ো কৃষ্ণৰ ভকত।
কৰৈ পৰাক্ৰম দুয়ো জনে সমৰত ॥

যেন দুই মহা মদমত্ত গজৰাজ।
কৰয় কন্দল ঘোৰ অৰণ্যৰ মাজ ॥ ২৭৬৪১
দুইখান ৰথে দুই পৱন সঞ্চাৰে।
ডাহিন বামত ফুৰাৱন্ত বাৰে বাৰে ॥
দুইক দুই ছিদ্ৰ চাই কৰন্ত সন্ধান।
আকাশত কোলাহল কৰে দুই বাণ ॥ ২৭৬৪২
ৰবিৰ কিৰণ ঢাকিলেক শৰ সঙ্গে।
চাহি আছে কুৰু পাণ্ডুগণ মনৰঙ্গে ॥
তেজিয়া সুহৃদ মহাস্নেহ আপুনাৰ।
বধিবাক মনে দুয়ো কৰয় প্ৰহাৰ ॥ ২৭৬৪৩
কৰৈ মহা সিংহনাদ দুয়ো ঘনে ঘন।
বাৰিষাৰ মেঘ যেন কৰয় গৰ্জ্জন ॥
অনন্তৰে সত্যকৰ্ম্মা সাত্যকি তনয়।
কৃতবৰ্ম্মা বীৰৰ ৰথৰ চাৰি হয় ॥ ২৭৬৪৪
ভেদিলন্ত চাৰি শৰ হানি তীক্ষ্ণতৰ।
আৰো আঠ গোটা বাণ হানিয়া সত্বৰ ॥
কৃতবৰ্ম্মা বীৰৰ হানিলা হৃদয়ত।
মহা সৰ্পগণ যেন পশিল গৰ্ত্তত ॥ ২৭৬৪৫
দাৰুণ প্ৰহাৰে কৃতবৰ্ম্মা যদুসিংহ।
তিনি শৰ হানি বীৰে দিলা ঘোৰ ৰিঙ্গ ॥
মাৰো যুযুধান বুলি প্ৰহাৰিলা শৰ।
পৰিল হৃদয় মাজে সত্যক পুত্ৰৰ ॥ ২৭৬৪৬
শণাইত একেশ্বৰ মাৰিলন্ত পুনু।
সাত্যকিৰ ৰথৰ কাটিলা দিব্য ধনু ॥
শিলিকৰ কমল ভাস্কৰ যুযুধান।
পেহ্লাইলা আছাৰি আধাকটা ধনুখান ॥ ২৭৬৪৭
ধনুতে উত্তম ধনু ধৰি পুনৰ্ব্বাৰ।
মহা ধনুৰ্দ্ধৰ যুযুধান অনিৰ্ব্বাৰ ॥
বলৱন্ত বুদ্ধিমন্ত মহা গুণশালী।
প্ৰথমে হানিলা বাণ নয় কণিন্নালি ॥ ২৭৬৪৮

অনন্তৰে অৰ্দ্ধচন্দ্ৰ হানি এক শৰ।
কাটিলন্ত ধনুখান আতি কচিকৰ ॥
আৰো দশ শৰ শিলীসিংহ প্ৰহাৰিল।
সাৰথি সহিতে চাৰি ঘোঁৰাক মাৰিল ॥ ২৭৬৪৯
ধ্বজ গোটা কাটিলন্ত খুৰ শৰ হানি।
হেন দেখি পাচে কৃতবৰ্ম্মা মহামানী ॥
ক্ৰোধৰ বেগত বীৰ যেন মূৰ্চ্ছা গৈল।
সাত্যকিৰ বধমনে মহাশূল লৈল ॥ ২৭৬৫০
বিপৰীত শূল গোট আতি ভয়ঙ্কৰ।
দৰশনে বল বীৰ্য্য হৰে মনুষ্যৰ ॥
হানিলেক বাহুবলে গগনে চলয়।
চাহিয়া আছন্ত ৰঙ্গে মহাৰথীচয় ॥ ২৭৬৫১
দেখিয়া সাত্যকি শূল আসে আকাশত।
বাছি বাছি শৰগণ জুৰিলা গুণত ॥
পুনৰপি তীক্ষ্ণতৰ হানি ভল্ল শৰ।
কৃতবৰ্ম্মা বীৰৰ ভেদিলা কলেৱৰ ॥ ২৭৬৫২
লক্ষ কৰি শূল শৰ হানিয়া পঠাইল।
আকাশৰ পথে নিমিষেকে লাগ পাইল ॥
আঙ্গুল প্ৰমাণে কাটি পেলাইলা ত্বৰিত।
চূৰ্ণাকৃত হুয়া পাচে পৰিল ভূমিত ॥ ২৭৬৫৩
দাৰুণ প্ৰহাৰে বীৰ হৈলন্ত বিহ্বল।
দেখি কৃপ গৌতম তনয় মহাবল ॥
আপুনাৰ নিজ ৰথে তুলি হাৰ্দ্দিকক।
সত্বৰে নিলন্ত কুৰুসেনাৰ মাজক ॥ ২৭৬৫৪
ৰণ জিনি সাত্যকি কৰিলা সিংহনাদ।
তযু তনয়ৰ শুনি মিলিল বিষাদ ॥
পলাইল সমস্ত সেনাগণ নিৰন্তৰ।
কৌৰৱ দলৰ যত আছে ধনুৰ্দ্ধৰ ॥ ২৭৬৫৫

---

দুৰ্য্যোধনৰ পাণ্ডৱৰ লগত ৰণ

পাণ্ডৱৰ ভয়ত সকলে দিলা ভঙ্গ।
দেখি দুৰ্য্যোধনৰ মনত বৰ খঙ্গ ॥
শত্ৰুৰ সম্মুখে ৰহিলেক একেশ্বৰে।
প্ৰচণ্ড প্ৰতাপে যেন ৰুদ্ৰৰূপে হৰে ॥ ২৭৬৫৬
পৃথিৱী আকাশ সবে হৈল একাকাৰ।
ৰথী ৰথ গজ বাজী মাৰিলা আপাৰ ॥
সমুখ সমৰে যাক যাক পাইলা লাগ।
সবাকো বধিলা দুৰ্য্যোধন মহাভাগ ॥ ২৭৬৫৭
যত যত মহাৰথা সমৰে আছিলা।
বাছি বাছি সমস্তকে প্ৰহাৰ কৰিলা ॥
যুধিষ্ঠিৰ নৃপতিক একশত বাণ।
ৰাজা দুৰ্য্যোধন ক্ৰোধে কৰিলা সন্ধান ॥ ২৭৬৫৮
ধৃষ্টদ্যুম্ন বীৰক হানিয়া পাঞ্চ বাণে।
চৌষষ্টি সায়ক নকুলক বৰ টানে ॥
পুনৰপি দুৰ্য্যোধনে হানি ভল্ল শৰ।
ছেদিলেক দিব্য ধনুখান নকুলৰ ॥ ২৭৬৫৯
মাদ্ৰীৰ তনয় মহা প্ৰচণ্ড প্ৰতাপ।
নৃপতিক ক্ৰোধ কৰি ধৰি আন চাপ ॥
দশপাট শৰ আনি জুৰিলা গুণত।
প্ৰহাৰ কৰিলা দুই স্তনৰ মাজত ॥ ২৭৬৬০
দাৰুণ প্ৰহাৰে নকম্পিলা কুৰুৰায়।
নৱপাট বাণ বাছি মাৰিলা তুনাই ॥
সাত্যকি মাৰিলা বহুবিধ বাণগণ।
ধৰ্ম্মৰাজে একাদশ কৰিলা সন্ধান ॥ ২৭৬৬১
দ্ৰৌপদীৰ পুত্ৰগণে ছিয়াত্তৰি শৰে।
কৰিলা সন্ধান নৃপতিৰ কলেৱৰে ॥
তূণ হন্তে বাছি আনি আশীপাট শৰ।
ৰাজাৰ শৰীৰে প্ৰহাৰিলা বৃকোদৰ ॥ ২৭৬৬২
ধৃষ্টদ্যুম্নে সাত শৰ কৰিলা সন্ধান।
আনো বীৰগণে ভিনে ভিনে হানি বাণ ॥
কৰিলেক সিংহনাদ আতি ভয়ঙ্কৰ।
প্ৰহাৰ লভিয়া দুৰ্য্যোধন নৃপবৰ ॥ ২৭৬৬৩
মহাক্ৰোধ কৰি ধৰি খুৰপতি বাণ।
দ্ৰুপদপুত্ৰৰ কাটিলন্ত ধনুখান ॥
পুনৰপি শণাইত শৰগণ হানি।
ভেদিলা হৃদয় দুৰ্য্যোধন মহামানী ॥ ২৭৬৬৪
ধৃষ্টদ্যুম্ন বিপৰীত প্ৰহাৰ লভিয়া।
কৰিলেক যুদ্ধ আন আয়ুধ * ধৰিয়া ॥
অসংখ্যাত শৰ হানি ভেদিলা হৃদয়।
কৰিল প্ৰহাৰ আনো মহাৰথীচয় ॥ ২৭৬৬৫
একেশ্বৰে দুৰ্য্যোধন পাণ্ডৱ বিস্তৰ।
দশোদিশ হন্তে শৰ কৰি নিৰন্তৰ ॥
কৰিলেক সিংহনাদ আতি ভয়ঙ্কৰ।
তথাপিতো তোমাৰ তনয় নৃপবৰ ॥ ২৭৬৬৬
সচল পৰ্ব্বত যেন ৰহিল নিৰ্ভয়।
দেখিয়া আমাৰ যত মহাৰথীচয় ॥
খেদি গৈলা পাণ্ডৱক অস্ত্ৰ শস্ত্ৰ ধৰি।
কৰিলেক দ্বন্দ্ব যুদ্ধ মহাক্ৰোধ কৰি ॥ ২৭৬৬৭
ভীমৰ সম্মুখে খেদিলন্ত অশ্বত্থামা।
দেখি কোপমনে বৃকোদৰ ঘোৰকৰ্ম্মা ॥
অসংখ্যাত বাণ হানি পূৰিলে গগন।
পথতে ছেদিলা তাক দ্ৰোণৰ নন্দন ॥ ২৭৬৬৮
পুনৰপি ভীমসেনে শৰ বৰিষিল।
অনন্তৰে দশোদিশ বিদিশ পূৰিল ॥
ৰবিৰ কিৰণ নাই দিনতে আন্ধাৰ।
কৰে জলবৃষ্টি যেন মেঘ বাৰিষাৰ ॥ ২৭৬৬৯
হেন দেখি অশ্বত্থামা দ্ৰোণৰ তনয়।
ভীমৰ বাণক প্ৰতি মাৰি শৰচয় ॥

* আয়ুধ—যুঁজৰ অস্ত্ৰ।

আকাশতে কাটিয়া পেলাইল ক্ষণেকত।
মাৰিলা বাসন্তৰি বাণ ভীমৰ অঙ্গত ॥ ২৭৬৭০
দ্রৌণীৰ প্রহাৰে বৃকোদৰ মহাবল।
ক্রোধত জ্বলিলা যেন বাড়ৱ অনল ॥
শণাইত শৰগণ হানিয়া নিকুঞ্জ।
গৌতমপুত্রৰ হানিলন্ত বামভুজ ॥ ২৭৬৭১
বামহস্তখান তাৰ ভৈল বলহীন।
তাৰক্ষণে ধনু বীৰে কৰিয়া দক্ষিণ ॥
প্রহাৰ কৰিলা বামহস্তে গুণ টানি।
কাটিলন্ত তাক ভীমসেন মহামানী ॥ ২৭৬৭২
এহিমতে যুদ্ধ দুয়ো কৰে ক্রোধ কৰি।
মহা অৰণ্যৰ যেন প্রমত্ত কেশৰী ॥
বধমনে দুইকো দুই কৰন্ত প্রহাৰ।
বাহুবলে আপুনাৰ কৰে প্রতিকাৰ ॥ ২৭৬৭৩
গান্ধাৰ ৰাজাৰ পুত্র শকুনি কুমতি।
খেদি গৈল যুধিষ্ঠিৰ নৃপতিক প্রতি ॥
শণাইত শৰগণ হানিয়া বিস্তৰ।
মর্ম্মস্থানে ভেদিলেক ধর্ম্মৰ পুত্রৰ ॥ ২৭৬৭৪
ৰথৰ চাৰিয়ো ঘোঁৰা বধি অনন্তৰ।
সিংহনাদ কৰিলেক আতি ভয়ঙ্কৰ ॥
হেন শুনি সহদেৱ মাদ্রীৰ কুমাৰ।
তুলিলা ৰাজাক হস্তে ৰথে আপুনাৰ ॥ ২৭৬৭৫
শকুনিৰ প্রতি কোপে বাণ বৰিষিলা।
সাৰথি সাজিয়া ৰথ ৰাজাক যোগাইলা ॥
পাচে সেহি ৰথে চৰি ধর্ম্ম নৃপবৰ।
শকুনিক মাৰিলন্ত কোপে নৱ শৰ ॥ ২৭৬৭৬
পুনৰপি পাঞ্চ বাণ হানিয়া ত্বৰিত।
সিংহনাদ কৰিলন্ত আতি বিপৰীত ॥
কোপমনে নকুলৰ শকুনি তনয়।
খেদি গৈলা সমৰত হানি শৰচয় ॥ ২৭৬৭৭
মা'দ্রীৰ তনয় কৰিলন্ত প্রতিকাৰ।
ৰথৰ চাৰিয়ো ঘোঁৰা মাৰিলন্ত তাৰ ॥
চৰিয়া শল্লক আন ৰথৰ উপৰ।
নকুলক প্রতি শৰ মাৰিলন্ত আৰ ॥ ২৭৬৭৮
পৰ বীৰ বিমর্দ্দন মাদ্রীৰ নন্দন।
পথতে ছেদিল উলুকৰ শৰগণ ॥
বাণ ছেদ দেখি পাচে শকুনিৰ সুত।
প্রহাৰ কৰিলা এক শৰ অদভুত ॥ ২৭৬৭৯
বিধুম অগনি যেন আকাশত যাই।
কাটিলন্ত তাকো নকুলৰ শৰে পাই ॥
তিনিপাট শৰ পাচে তেখনে মাৰিল।
শকুনিৰ পুত্রে পাচে তেখনে কাটিল ॥ ২৭৬৮০
দুয়ো মহাৰথী দুয়ো মহা ধনুর্দ্ধৰ।
পৰম দাৰুণ দুয়ো ৰাজাৰ কুমাৰ ॥
কৰৈ দুয়ো ঘোৰ যুদ্ধ যেন মদমত্ত।
হস্তিনীৰ অর্থে ক্রোধ কৰিয়া মনত ॥ ২৭৬৮১
পাঞ্চ পাণ্ডৱৰ পাঞ্চ পুত্রক সমৰে।
খেদি গৈলা গৌতম তনয় দ্বিজবৰে ॥
দেখি পাঞ্চ ভাই যম যেন গৈল ধাই।
প্রহাৰিলা বাণগণ গৌতমক পাই ॥ ২৭৬৮২
উৰু কৰ বাহু বক্ষস্থল বিদাৰিলা।
সাৰথি সহিতে ৰথ ধ্বজক ভাঙ্গিলা ॥
জীৱক আকুল যেন কৰৈ ইন্দ্রিগণ।
সেহিমতে কৃপক কৰিলা পাঞ্চজন ॥ ২৭৬৮৩
এহিমতে আনো যত মহাৰথীচয়।
কৰৈ ঘোৰ যুদ্ধ তেজি মৰণক ভয় ॥
উভয় দলৰ চতুৰঙ্গ সেনাগণ।
অন্যো অন্যে সিবেলা কৰিলা ঘোৰ ৰণ ॥ ২৭৬৮৪
ঘোঁৰায়ে ঘোঁৰাক মাৰে হস্তীয়ে হস্তীক।
পদাতিসকলে খেদি মাৰে পদাতিক ॥

পৰম তুমুল যুদ্ধ ভৈল ভয়ঙ্কৰ।
পৰিপূৰ্ণ কৰিলেক যমৰ নগৰ ॥ ২৭৬৮৫
পদাতি প্ৰমুখ্যে ৰথীগণ নিৰন্তৰ।
যতেক মনুষ্য আছে উভয় দলৰ ॥
সমস্তে সন্মুখে কৰিলেক ঘোৰ ৰণ।
অক্ষয় স্বৰ্গক আশে বাঞ্ছিয়া মৰণ ॥ ২৭৬৮৬
সহস্ৰ সংখ্যাত সেনা মুহূৰ্ত্তে মৰিল।
সমৰ ভূমিক বেধি ৰুধিৰ বহিল ॥
শুনা সভাসদ শল্যপৰ্ব্ব কথা সাৰ।
পুণ্যৰ উদয় মহা পাপৰ উদ্ধাৰ ॥ ॥ ২৭৬৮৭
কলিৰ লোকক অনুগ্ৰহে নাৰায়ণ।
ব্যাসৰূপে ভাৰতক কৰিলা গ্ৰন্থন ॥
জানি অৱহেলা নকৰিবা কদাচিত।
পৰম মঙ্গল গুণ কৰ্ণৰ অমৃত ॥ ২৭৬৮৮
নাহি ধৰ্ম্ম শ্ৰৱণ কীৰ্ত্তন সমসৰ।
জানিয়া সমস্তে শুনিয়োক নিৰন্তৰ ॥
কহে দামোদৰে মূঢ় এৰি আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ২৭৬৮৯

---

## ছবি

### শকুনিৰ পাণ্ডৱৰ লগত যুদ্ধ

সঞ্জয়ে বোলন্ত পুনঃ শুনিয়োক মহাৰাজ
যেন কথা আতি অনন্তৰে।
কৌৰৱৰ পৰাক্ৰম দেখিয়া অদ্ভুত হেন
পাচে যুধিষ্ঠিৰ নৃপবৰে ॥
কোপে তনু কম্পমান ধীৰ তীক্ষ্ণ তিনি বাণ
কৃপৰ শৰীৰে তাড়িলন্ত।
হাৰ্দ্দিকৰ চাৰি ঘোৰ পৱন সমান জোৰ
ত্বৰিতে তাহাকো মাৰিলন্ত ॥ ২৭৬৯০
কৃতবৰ্ম্মা বৰ দুঃখে পৰিলন্ত অধোমুখে
ৰথভঙ্গে সমৰ ভূমিত।
দেখি নিজৰথে তুলি অশ্বত্থামা মহাবলী
সেনামধ্যে নিলন্ত ত্বৰিত ॥
দাৰুণ প্ৰহাৰ পাই কোপে কৃপ গৈল ধাই
যুধিষ্ঠিৰ নৃপতিক প্ৰতি।
হানি আঠপাট শৰ ভেদিলন্ত কলেৱৰ
কুন্তীৰ তনয় মহামতি ॥ ২৭৬৯১
পাচে ধৰ্ম্মে ধনু ধৰি ঘোৰ শৰ বৃষ্টি কৰি
দশোদিশ পূৰিলা কৃপৰ।
দেখি ৰাজা দুৰ্য্যোধন সাতশত ৰথীগণ
বিমৰিষি পঠাইলা সত্বৰ ॥
ৰাজ-আজ্ঞা শিৰে ধৰি ৰথীগণ শীঘ্ৰ কৰি
নৃপতিক তেখনে বেঢ়িল।
অসংখ্যাত তীক্ষ্ণ শৰ প্ৰহাৰিলা নিৰন্তৰ
সূৰ্য্যৰ কিৰণ নিবাৰিল ॥ ২৭৬৯২
শিখণ্ডী সমুখে মহা ৰথীগণ পাণ্ডৱৰ
দেখি খেদি গৈলা নিৰন্তৰে।
সিটো শত ৰথীগণ সবাহাক্কে সংহাৰণ
বাহুবলে দুৰ্ঘোৰ সমৰে ॥
অনন্তৰে কৌৰৱৰ বীৰগণ নিৰন্তৰ
প্ৰাণক উছৰ্গি খেদি গৈল।
দেৱাসুৰগণ পূৰ্ব্বে কৰিলেক যেন যুদ্ধ
সেহিমতে ঘোৰ যুদ্ধ ভৈল ॥২৭৬৯৩
পাচে ৰথীসকলক শকুনি সম্বুধি বোলে
শুনা বীৰগণ নিৰন্তৰ।
সন্মুখ সমৰে শৰ কৰিয়োক ক্ষণিতেক
মই পাচ লওঁ পাণ্ডৱৰ ॥
এহিবুলি মন্দমতি শকুনি চলিল যেৱে
শুনা ৰাজা সেহি সময়ত।
মদ্ৰদেশী বীৰগণ কৰিয়া দুৰ্ঘোৰ ৰণ
সমৰত পৰিল সমস্ত ॥ ২৭৬৯৪
দেখি তাসম্বাৰ হত মহাভয়ে সমৰত
পলাইবে লাগিল সেনাগণ।
সিটো যোদ্ধাসকলক শকুনি সুবলপুত্ৰে
পুনৰপি বুলিলা বচন ॥

অধম ক্ষত্ৰিয়গণ কিসক তেজিয়া ৰণ
পলাই যাহা প্ৰাণৰ কাতৰে।
ভয়াতুৰ পুৰুষৰ মহাসুৰ সকলৰ
মৃত্যু ভয় আছয় সবাৰে॥ ২৭৬৯৫
তেবে কেন নিজধৰ্ম্ম এৰি কৰা পাপকৰ্ম্ম
সদকৰ্ম্ম এৰি স্বৰ্গসুখ।
হেন জানি বীৰগণ পাণ্ডৱক কৰা ৰণ
তেজি মহামোহ মহাদুখ॥
শকুনিৰ হেন বাণী শুনিয়া ক্ষত্ৰিয়গণ
পুনৰপি গৈলা সমৰক।
পৰম নিৰ্ভয়ে সবে কৰিলেক ঘোৰ যুদ্ধ
নিশ্চয় কৰিয়া সমৰক॥ ২৭৬৯৬
মহা বলৱন্ত দশ সহস্ৰ ঘোটক লৈয়া
শকুনি সেনাৰ লৈলা পাচ।
আতিশয় তীক্ষ্ণতৰ ভল্ল ভিণ্ডিপাল শৰ
প্ৰহাৰিলা অসংখ্য নাৰাচ॥
যেনমতে আকাশৰ মেঘগণ নিৰন্তৰ
প্ৰচণ্ড বাতাসে উৰুৱাইল।
শকুনিয়ো সেহিমতে মহাবল পাণ্ডৱৰ
দাৰুণ প্ৰহাৰে পুনু আইল॥ ২৭৬৯৭
পাচে ৰাজা যুধিষ্ঠিৰ কৰ্ম্ম দেখি শকুনিৰ
সহদেৱ সোদৰক আনি।
অঙ্গুলি উদ্দেশ কৰি গান্ধাৰ ৰাজাক দেখাই
সম্বুধিয়া বুলিলন্ত বাণী॥
দেখ সহদেৱ বাপ দুৰ্ম্মতি শকুনি পাপ
সেনাগণ মাৰয় আমাৰ।
তাহাৰ যুদ্ধক প্ৰতি চলি যাহা মহামতি
সঙ্গে লৈয়া পাঞ্চালী কুমাৰ॥ ২৭৬৯৮
তোমাৰ লগতে ইটো পাঞ্চালসকলে যাউক
আৰো ৰথীগণ গজ বাজী।
সসৈন্যে সহিতে সিটো সৌবলক সমৰত
অৱশ্যে কৰিবা হত আজি॥
যুধিষ্ঠিৰ নৃপতিৰ আদেশ শুনিয়া বীৰ
মাদ্ৰীৰ তনয় সহদেৱ।
পৰম আনন্দমনে সাদৰে ৰাজাৰ পাৱে
প্ৰণিপাতে কৰিলন্ত সেৱ॥ ২৭৬৯৯
মহা ধনুৰ্দ্ধৰ তিনি হাজাৰ পদাতি সেনা
ময়মত্ত হস্তী সাত শত।
বায়ু সমসৰ পাঞ্চ সহস্ৰ উত্তম ঘোৰা
পাণ্ডুপুত্ৰে লৈলন্ত লগত॥
আৰো দ্ৰৌপদীৰ পাঞ্চ তনয়ক লৈয়া লগে
উত্তম ৰথত শীঘ্ৰে চৰি।
শকুনিৰ সমৰত সহদেৱ বীৰবৰ
সমদলে গৈল দৰদৰি॥ ২৭৭০০
পলাই সেনাগণ তাক ৰাখিয়া আশ্বাস কৰি
আগবাঢ়ি পাইলা পৰদল।
নানাবিধ বাণগণ প্ৰহাৰিলা নিৰন্তৰে
মাদ্ৰীৰ তনয় মহাবল॥
হেন দেখি শকুনিয়ো কোপমনে সমৰত
পাণ্ডুৰ পুত্ৰক খেদি গৈলা।
শুনা কুৰু নৃপবৰ ঘোৰ যুদ্ধ অনন্তৰ
যুদ্ধ কাছে তেখনে ধৰিলা॥ ২৭৭০১
ময়মত্ত কুঞ্জৰত চৰিয়া মাহুত যত
সেনাগণ বধিল বিস্তৰ।
মধ্যে মধ্যে কুঞ্জৰৰ থাকিয়া পদাতি নৰ
শৰ বৰিষিয়ো নিৰন্তৰ॥
হেন দেখি শকুনিৰ সেনাগণ কোপমনে
প্ৰতিকাৰ কৰয় তাহাৰ।
কৌৰৱৰ পাণ্ডৱৰ হয় হস্তী মনুষ্যৰ
মহা ক্ষয় মিলিল প্ৰজাৰ॥ ২৭৭০২

কৱিৰ পৰিচয়

**ভুলবী**

বৰপেটা নাম গ্ৰাম অনুপাম
মধ্যত কামৰূপৰ।
নিকট জলৰ অৰ্দ্ধেক চন্দ্ৰৰ
আকৃতি আতি সুন্দৰ॥
পৰম ৰুচিৰ দেৱৰ মন্দিৰ
পাই ঠাই আছে তাৰ।

লক্ষ্মী সৰস্বতী সমে বাসুদেৱ
কাষতে আছন্ত যাৰ ॥ ২৭৭০৩
দক্ষিণত তীৰ্থ- ৰাজ ব্ৰহ্মপুত্ৰ
উত্তৰে বহে লোহিত ।*
শঙ্কৰ মাধৱ ৰাম দামোদৰ
থাকিয়া পূৰ্ব্বে যহিত ॥
পাষণ্ডৰ পথ দূৰ কৰি হৰি
দেৱক ব্যক্ত কৰিল।
যাহাৰ কৃপাত দুৰাচাৰো আতি
সংসাৰ সিন্ধু তৰিল ॥ ২৭৭০৪
তাসম্বাৰ বিষ্ণু পদক গমনে
নাৰায়ণ অংশে আসি।
ভাগৱত শাস্ত্ৰ প্ৰকাশ কৰিল
কুতৰ্ক তৰ্ক বিনাশি ॥
নক্ষত্ৰে সহিতে পূৰ্ণিমাৰ চন্দ্ৰ
যেন গৈল অস্তাঙ্গত।
সহস্ৰ কিৰণ সমে দিনকৰ
উদিত পূৰ্ব্ব দিশত ॥ ২৭৭০৫
সেহিমতে ইটো দূৰ কৰি মহা
অজ্ঞান নাম আন্ধাৰ।
হৈলন্ত বেকত শ্ৰীভাগৱত
ভট্টাচাৰ্য্য নাম যাৰ ॥
তাহান চৰণ ৰেণু শিৰে ধৰি
মহা মূৰ্খ দামোদৰ।
পৰম গহন ভাৰতৰ পদ
কৰিল শল্য পৰ্ব্বৰ ॥ ২৭৭০৬
জানি সভাসদ গণ নিৰন্তৰ
নিন্দা নকৰিবা মোক।
শিশুসকলৰ অস্পষ্ট বচন
সুশুনিলা সাধু লোক ॥
কিন্তু মহাজন গুণক গ্ৰহণ
কৰে মাত্ৰ দোষ এৰি।
জানি নিন্দা তেজি কৃষ্ণপদে ভজি
ৰাম ৰাম বোলা বেঢ়ি ॥ ২৭৭০৭

## কুৰুসৈন্যসহ শকুনিৰ পলায়ন আৰু পুনঃ যুদ্ধ

### পদ

সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
এহিমতে কতোক্ষণে কৰিয়া সমৰ ॥
পাচে মহাভয়ে সেনাগণ ভঙ্গ দিল।
গান্ধাৰ ৰাজাৰ পুত্ৰে তাহাক দেখিল ॥ ২৭৭০৮
ঘোঁৰা ছয় হাজাৰ ৰহিছে অৱশেষ।
যুদ্ধ এৰি তাসম্বাৰ মধ্যত প্ৰৱেশ ॥
যথাত আছন্ত নৃপবৰ দুৰ্য্যোধন।
কৰিল শকুনি পাচে তথাক গমন ॥ ২৭৭০৯
সহদেৱ আদি কৰি আনো যত বীৰ।
একে একে গৈলা যৈত আছে যুধিষ্ঠিৰ ॥
সমস্ত পাণ্ডৱ যেৱে নিবৰ্ত্তিয়া গৈলা।
দেখিয়া শকুনি পুনৰপি সাজ ভৈলা ॥ ২৭৭১০
যথাত আছন্ত চতুৰঙ্গ সেনাগণ।
সমৰক প্ৰতি পঠাইলন্ত দুৰ্য্যোধন ॥
ডাকিয়োক ৰথখান তাসম্বাৰ মাজে।
শণাইত শৰ মাৰি পঠাই যমৰাজে ॥ ২৭৭১১
শকুনিক প্ৰতি খেদি গৈলা মহাকোপে।
ৰথে চৰি ধনু ধৰি পৰম আটোপে ॥
উভয় দলৰ ঘোৰ লাগিল সমৰ।
প্ৰাণক উছৰ্গি ক্ষেত্ৰীগণ নিৰন্তৰ ॥ ২৭৭১২
গদা মুদগৰ শূল শক্তিৰ প্ৰহাৰ।
আনো নানা শৰগণ মাৰিল আপাৰ ॥
কাৰো উৰু কৰ কটি কাটিলেক শিৰ।
অসংখ্যাত মৰি গৈল যমৰ মন্দিৰ ॥ ২৭৭১৩
উঠিল কবন্ধগণ† সমৰ ভূমিত।
দুই বাহু মেলি ফুৰে দেখি ভয়ভীত ॥
ঢাকিল ধৰণীখান মৃতকৰ অঙ্গে।
অনন্তৰে শকুনিৰ সেনা ৰণভঙ্গে ॥ ২৭৭১৪

* লোহিত—পাটবাউসীৰ উত্তৰে থকা আন কোনো ব্ৰহ্মপুত্ৰৰে সুঁতি হব লাগে। † কবন্ধ—গাঁথি-মূৰ নাইকিয়া ভূত।

পলাইবে লাগিল অৱশেষ আছে যত।
ফুলিল অশোক যেন বসন্ত কালত ॥
ক্ষত যে বিক্ষত তনু ঘোৰ সমৰত।
শকুনি সহিতে হেন ঘোঁৰা সাত শত ॥ ২৭৭১৫
কৌৰৱ দলৰ পাচে মাজত পশিল।
কৈয়ো কৈত আছে ৰাজা সেনাত পুছিল ॥
অঙ্গুলি উদ্দেশি দেখাইলন্ত বীৰগণ।
যৈত আছে মহামানী ৰাজা দুৰ্য্যোধন ॥ ২৭৭১৬
ৰথে চৰি কৱচ পিন্ধিয়া ৰথীচয়।
কুৰু নৃপতিক সবে বেঢ়িয়া আছয় ॥
পূৰ্ণচন্দ্ৰ সম ছত্ৰ ধৰিছে উপৰে।
বাৰৈ নানাবিধ বাদ্য সিংহনাদ কৰে ॥ ২৭৭১৭
আছয় চৌপাশে আৰো ময়মত্ত দ্বিপ॥।
সুৱল তনয় পাচে পাইলন্ত সমীপ ॥
হাসি হাসি অনন্তৰে শকুনি কুমতি।
বুলিলা বচন কুৰুনৃপতিক প্ৰতি ॥ ২৭৭১৮
যেন প্ৰিয়কৰ্ম্ম কৰি আসিছে ৰাজাৰ।
সেহিমতে আনন্দে বোলন্ত দুৰাচাৰ ॥
শত্ৰুক অপেক্ষা কেনে কৰি মহাৰাজ।
আছাহা নিচিন্তি এৱে সংগ্ৰামৰ মাজ ॥ ২৭৭১৯
পাচে গৈয়া পাণ্ডৱক কৰিলোঁ সমৰ।
পাঞ্চাল শৃঞ্জয়গণ বধিলোঁ বিস্তৰ ॥
পাচে সমদলে মোক সাজি দিল ৰণ।
কৰিলোঁ সবাকে সমৰত নিবাৰণ ॥ ২৭৭২০
যাৱত থাকয় প্ৰাণ পাঞ্চ পাণ্ডৱৰ।
যুধিষ্ঠিৰে কদাচিতো নেৰিব সমৰ ॥
হেন জানি সত্বৰে বধিয়ো সেনাগণ।
হেন শুনি তোমাৰ তনয় দুৰ্য্যোধন ॥ ২৭৭২১
বাহুত মাহুত হস্তী পদাতিগণক।
কৰিল আদেশ সৱাহাঙ্কে সমৰক ॥
ৰাজাৰ আদেশে ক্ষেত্ৰীগণ নিৰন্তৰ।
পিঠিত বান্ধিয়া তূণ হাতে ধনুশৰ ॥ ২৭৭২২
সিংহনাদ শঙ্খধ্বনি কৰি বাৰম্বাৰ।
পাণ্ডৱ দলক কোপে কৰিলেক ধাৰ ॥
হেন দেখি কুন্তীৰ তনয় ধনঞ্জয়।
মাধৱক সম্বুধিয়া বোলন্ত বিনয় ॥ ২৭৭২৩

কৃষ্ণ আৰু অৰ্জ্জুনৰ কথোপকথন

দেখা দেখা সখি চতুৰঙ্গ সেনাগণ।
সমৰক প্ৰতি পঠাই দিলা দুৰ্য্যোধন ॥
ডাকিয়োক ৰথখান তাসম্বাৰ মাজে।
শনাইত শৰ মাৰি পঠাওঁ যমৰাজে ॥ ২৭৭২৪
অষ্টাদশ দিবস সম্পূৰ্ণ আজি হন্তে।
হেন ক্ষেত্ৰীগণ ক্ষয় সমৰ কৰন্তে ॥
কৌৰৱৰ সেনাগণ অপাৰ সাগৰ।
পাইলোঁ তাৰ পাৰ ৰত্নদ্বীপ সমসৰ ॥ ২৭৭২৫
ভীষ্ম গুৰু দ্ৰোণ কৰ্ণ শল্য নৃপবৰ।
তোমাৰ প্ৰসাদে সবে গৈল যমঘৰ ॥
লভিলোঁ বিজয় আৰো নাহি কিছো ভয়।
কিন্তু মোৰ মনে বৰ আছয় সংশয় ॥ ২৭৭২৬
ধৃতৰাষ্ট্ৰপুত্ৰ দুৰ্য্যোধন মহামতি।
অদ্যাপি উদ্যোগ কৰে সমৰক প্ৰতি ॥
কিবা দৈৱ দোষে আৰ বুদ্ধি হৈল হত।
এতমান গৰ্ব্ব কৰে কাহাৰ বলত ॥ ২৭৭২৭
পূৰ্ব্বত বিদুৰ খুড়াই বুলিলন্ত হিত।
মদে অন্ধ হুয়া তাকে দেখিলেক তিত ॥
ভীষ্ম পিতামহ গুৰু দ্ৰোণেও কহিল।
শ্ৰীমদে অন্ধ তাক কটাক্ষ নকৰিল ॥ ২৭৭২৮
জামদগ্নি ৰামে আৰো বুলিলা বুজাই।
যুধিষ্ঠিৰ সমে বিবাদক সুখ্যৱাই ॥

শুশুনিল তাকো দুৰাশয় দুৰ্য্যোধন।
ইতিহাস নাৰদেয়ো কৰিলা কথন ॥ ২৭৭২৯
দম্ভ নামে ৰাজা গৰ্ব্ব কৰিয়া পূৰ্ব্বত।
সামৰাজে হত নাৰায়ণৰ ক্ৰোধত ॥
তথাপিতো হিত বাক্য সিটো নুশুনিল।
যাঁড়ৰ কান্ধত যেন কদ্ৰে মন্ত্ৰ দিল ॥ ২৭৭৩০
বৃদ্ধ পিতৃ মাতৃ কৃপ গুৰুৰ বচন।
মদে মত্ত হুয়া নকৰিল দুৰ্য্যোধন ॥
ত্ৰিজগত পতি তুমি হস্তিনাপুৰত।
পাঞ্চখানি গ্ৰাম দিবে বুলিলা পূৰ্ব্বত ॥ ২৭৭৩১
নেদিলেক তাক দুৰ্য্যোধন দুৰাচাৰ।
মদে অন্ধ হুয়া আজ্ঞা লঙ্ঘিলে তোমাৰ ॥
পূৰ্ব্বে অহঙ্কাৰ আছিলেক যিটো মদে।
এবে সিটো দূৰ ভৈল পাইলেক আপদে ॥২৭৭৩২
তথাপিতো ইটো দুৰাশয় দুৰ্য্যোধন।
সংগ্ৰামক মাত্ৰ কেনে কৰয় যতন ॥
শান্তনুৰ প্ৰিয়পুত্ৰ ভীষ্ম পিতামহ।
যাত গহে ইটো ঘোৰ কৰিলা বিগ্ৰহ ॥ ২৭৭৩৩
তাহান দেখিয়া শৰশয্যাত শয়ন।
কিসক নভৈল সেহিদিনা নিবৰ্ত্তন ॥
ভৰদ্বাজপুত্ৰ ব্ৰহ্ম বীৰত উত্তম।
নাহি ধনুৰ্দ্ধৰ তিনি লোকে যাক সম ॥ ২৭৭৩৪
হেন গুৰু দ্ৰোণ সমৰত হত প্ৰাণ।
দুৰ্য্যোধনে চাহিয়া আছিলা বিদ্যমান ॥
তথাপি কৌৰৱে কেনে নেৰিলা সমৰ।
মহামূঢ়সবে নেদেখয় আতপৰ ॥ ২৭৭৩৫
মহা ধনুৰ্দ্ধৰ কৰ্ণ সূৰ্য্যৰ তনয়।
যাৰ ভুজযুগে ইটো কৰিয়া আশ্ৰয় ॥
আমাক বিৰুদ্ধ কৰিলেক অকাৰণে।
ৰাজ্য কাঢ়ি লৈয়া খেদাইলেক ঘোৰ বনে ॥২৭৭৩৬
যাৰ বলে সুহৃদৰ বাক্য নুশুনিল।
সিটো অতিৰথী কৰ্ণ ৰণত পৰিল ॥
সিটো ভক্ষ্য হৈল কাক গৃধ্ৰ শৃগালৰ।
তথাপিতো উপশাম নহয় বৰ্ব্বৰৰ ॥ ২৭৭৩৭
শল্যৰ সমান বলৱন্ত আছে কোন।
সুৰাসুৰ নাগে যাৰ বখানয় গুণ ॥
যাহাৰ শৰীৰ সবে বজ্ৰৰ সন্ধান।
হেন মদ্ৰপতি সমৰত হতপ্ৰাণ ॥ ২৭৭৩৮
তথাপিতো ইটো দুৰ্য্যোধন কুলাঙ্গাৰ।
প্ৰাণ ৰক্ষা কেনে নকৰয় আপুনাৰ ॥
ভূৰিশ্ৰৱা শ্ৰুতায়ুধ ৰাজা ভগদত্ত।
বাহ্লীক বিকৰ্ণ সোমদত্ত জয়দ্ৰথ ॥ ২৭৭৩৯
জৰাসন্ধ সুদক্ষিণ কাম্বোজ নৃপতি।
বিন্দ অনুবিন্দ দুঃশাসন মন্দমতি ॥
অসংখ্য নৃপতি আনো পৰিল ৰণত।
একাদশ অক্ষৌহিণী সেনাগণ যত ॥ ২৭৭৪০
অল্পমাত্ৰ অৱশেষ আছয় সম্প্ৰতি।
তথাপিতো দুৰ্য্যোধন ৰাজা মন্দমতি ॥
অদ্যাপি নকৰে হিত চিন্তা আপুনাৰ।
মহামূৰ্খ নাহি আত পৰে আন আৰ ॥ ২৭৭৪১
আপুনাত অধিক যিজন গুণে বলে।
নকৰে বিৰোধ তাক পণ্ডিতসকলে ॥
কৌৰৱ কুলত দুৰ্য্যোধন বিনে আন।
কোননো পণ্ডিতে কৰিবে হেন ঠান ॥ ২৭৭৪২
অকাৰণে বৈৰভাব কৰিয়া বংশত।
ভ্ৰাতৃ পুত্ৰ জ্ঞাতি ক্ষয় কৰিয়া সমস্ত ॥
যি কালত ইটো মন্দ ভৈলা উতপন।
সেহিকালে কহিয়া আছন্ত সিদ্ধগণ ॥ ২৭৭৪৩
ইহাৰ কাৰণে ক্ষত্ৰগণ হৈবে নষ্ট।
মহাজ্ঞান বিদুৰে কহিলা কৰি কষ্ট ॥

কৌৰৱকুলত দুৰ্য্যোধন ধূমকেতু।
অৱশ্যে সবংশে ক্ষয় হৈবে তাৰ হেতু ॥ ২৭৭৪৪
সিটো বাক্য সত্য হৈল জানিলোঁ সম্প্ৰতি।
যাৱে জীৱ থাকে মানে ইটো মন্দমতি ॥
নছাড়িব যুদ্ধ ভাগ নেদিব ৰাজ্যৰ।
এতেকে সাধিয়া প্ৰীতি নৃপতি ধৰ্ম্মৰ ॥ ২৭৭৪৫
অল্প মাত্ৰ অৱশেষ বল হৃষীকেশ।
ৰথখান কৰা কুৰুদলত প্ৰৱেশ ॥
অৰ্জ্জুনৰ বচন শুনিয়া কৃপাময়।
সেনাৰ মাজক প্ৰতি ডাকিলন্ত হয় ॥ ২৭৭৪৬

অৰ্জ্জুনৰ পুনঃ যুদ্ধত প্ৰবৃত্ত আৰু অসংখ্য কুৰুসৈন্য বধ

প্ৰমত্ত কেশৰী যেন মৃগৰ মাজত।
শত্ৰুগণ মাৰে ধনঞ্জয় সেহিমত ॥
প্ৰৱেশ হৈলন্ত আতি পৰম নিৰ্ভয়।
হেন দেখি মহাক্ৰোধে কুৰুবীৰচয় ॥ ২৭৭৪৭
কৰে ধনু ধৰি বাণগণ বৰষিল।
অৰ্জ্জুনৰ দশোদিশে বিদিশ পূৰিল ॥
সহস্ৰ কিৰণ সমে যেন দিনকৰ।
কৰিলা প্ৰকাশ সেহিমতে বীৰবৰ ॥ ২৭৭৪৮
অনন্তৰে গাণ্ডীৱ ধৰিয়া ধনঞ্জয়।
কৰিলা প্ৰহাৰ শণাইত শৰচয় ॥
কৱচ সহিতে তনু বিদাৰ কৰিল।
হয় হস্তী মনুষ্যৰ প্ৰলয় মিলিল ॥ ২৭৭৪৯
মাৰন্তে জোৰন্তে শৰ নেদেখয় আৰ।
আকাশ পৃথিৱী শৰে জলে একাকাৰ ॥
ধনুৰ শবদ মাত্ৰ শুনি নিৰন্তৰ।
ঘনে ঘনে গৰ্জ্জে যেন মেঘ বাৰিষাৰ ॥ ২৭৭৫০
হৈল অন্ধকাৰ সিটো অৰ্জ্জুনৰ বাণে।
কোনবা বিদিশ দিশ একোৱে নজানে ॥
পাৰ্থ যেন অগ্নি তনু বৰ্ণ পুংখশৰ।
পূৰ্ণ ভৈল সমৰ ধৰণী নিৰন্তৰ ॥ ২৭৭৫১
আছিলেক যত ৰথী ৰথ হস্তীচয়।
কৰিলা প্ৰলয় সবাহাক্কে ধনঞ্জয় ॥
বৃক্ষ লতা তৃণ যেন ঘোৰ অৰণ্যত।
মহাঅগ্নি লাগি ভস্ম কৰে ক্ষণেকত ॥ ২৭৭৫২
সেহিমতে তযু তনয়ৰ সেনাগণ।
দহিলন্ত কুন্তীৰ তনয় হুতাশন ॥
কতো কতো হত অৱশেষ সেনাচয়।
সমৰ এৰিয়া গৈল পলাই মহাভয় ॥ ২৭৭৫৩
বিশ্ৰাম কৰিয়া কতোক্ষণে সুৰগণ।
তাম্বুল কৰ্পূৰ জল কৰিলা ভোজন ॥
চাইল ভ্ৰাতৃপুত্ৰ মিত্ৰ বান্ধৱগণক।
শিবিৰত প্ৰৱেশ কৰিয়া সমস্তক ॥ ২৭৭৫৪
নিজ বাহনকো জলপান কৰাইলেক।
কৱচ পিন্ধিয়া পাচে ৰথ সাজিলেক ॥
ৰণত দুৰ্ম্মদ ক্ষেত্ৰিগণ অনিৰ্ব্বাৰ।
নানা অস্ত্ৰশস্ত্ৰগণ লৈয়া আপুনাৰ ॥ ২৭৭৫৫
কুৰু নৃপতিৰ প্ৰীতি সাধিবাক মনে।
ৰথে চৰি খেদি গৈলা পাণ্ডৱক ৰণে ॥
ৰথৰ কিঙ্কিণী বাজে রুণজুন কৰি।
চন্দ্ৰসম শুক্ল চামৰৰ দণ্ড ধৰি ॥ ২৭৭৫৬
নচুৱাই যাই নানাবিধ বাদ্য বাই।
ঘোৰ সিংহনাদ কৰি গদাক উঠাই ॥
অসংখ্যাত ৰথধ্বজ পতাকা শোভয়।
দেৱতাক খেদি যেন যাই দৈত্যচয় ॥ ২৭৭৫৭
ধৃষ্টদ্যুম্ন শিখণ্ডীক খেদি দিল ৰণ।
পাচে হেন দেখি পাঞ্চালৰ বীৰগণ ॥
চতুৰঙ্গে সেনাগণ হুয়া এক ঠাই।
ক্ৰোধমনে কৌৰৱগণক গৈল ধাই ॥ ২৭৭৫৮

উভয় দলৰ ঘোৰ লাগিল সমৰ।
দেখি তযু পুত্ৰ দুৰ্য্যোধন নৃপবৰ॥
খেদি গৈল অসংখ্যাত হানি তীক্ষ্ণ শৰ।
ধৃষ্টদ্যুম্ন বীৰৰ ভেদিল কলেৱৰ॥ ২৭৭৫৯
পুনৰপি বাহু উৰু ভেদিল নাৰাচে।
অঙ্কুশৰ ঘাৱে যেন গজৰাজ পাচে॥
ক্ৰোধত জ্বলিল দুই চক্ষু আৰকত।
ভুমিকম্প যাস্তে যেন কাম্পয় পৰ্ব্বত॥ ২৭৭৬০
সেহিমতে ধৃষ্টদ্যুম্ন ক্ৰোধিয়া আপাৰ।
দুৰ্য্যোধন নৃপতিক ভৰ্ৎসিয়া বাৰে বাৰ॥
প্ৰচণ্ড কোদণ্ড যেন ধৰি বাম কৰে।
চাৰি গোটা শৰ বীৰে ধৰি অনন্তৰে॥ ২৭৭৬১
মাৰিলন্ত চাৰি ঘোঁৰা কুৰু নৃপতিৰ।
এক ভল্ল শৰে বীৰ ছেদিলন্ত শিৰ॥
ৰথভঙ্গে দুৰ্য্যোধন ভুমিত পৰিল।
পাইলেক তুৰঙ্গ এক তাহাত চৰিল॥ ২৭৭৬২
সমৰ এৰিয়া পাচে ত্বৰিতে পলাইল।
আন ৰথখান আনি সাৰথি যোগাইল॥
অনন্তৰে দুৰ্য্যোধন চৰিয়া ৰথত।
অসন্তোষ মনে ৰহিলন্ত সমীপত॥ ২৭৭৬৩
পাচে ধৃষ্টদ্যুম্নে সেনাগণ লাগ পাইল।
পদ্মবন মাজে যেন কুঞ্জৰ সোমাইল॥
কৰিলা কদন অসংখ্যাত ৰথীচয়।
অৱশেষ সেনাগণ হুয়া মহাভয়॥ ২৭৭৬৪
পলাইবে লাগিল সবে প্ৰাণৰ কাতৰে।
হেন দেখি দুৰ্য্যোধন ৰাজা অনন্তৰে॥
যথাত আছয় দুষ্ট শকুনি কুমতি।
গৈলন্ত তথাকে তযু পুত্ৰ কুৰুপতি॥ ২৭৭৬৫
যেৱে ৰথীগণ পলাই গৈল এৰি ৰণ।
খেদিয়া আসিল দেখি মত্ত হস্তীগণ॥
পৰ্ব্বত সমান থুলন্তৰ গজচয়।
চাৰি ধাৰে মদ তাৰ সদায়ে বহয়॥ ২৭৭৬৬
পাঞ্চাল দেশৰ পাঞ্চ বীৰক সমৰে।
চতুৰ্ভিতি আসি বেঢ়িলেক নিৰন্তৰে॥
সূৰ্য্যক ঢাকিল যেন মেঘে বাৰিষাৰ।
ময়মত্ত গজ হেন দুতয় হাজাৰ॥ ২৭৭৬৭
পাঞ্চ মহাৰথীক বেঢ়িল সেহিমত।
দেখি সব্যসাচী ক্ৰোধ কৰিয়া মনত॥
গোবিন্দক চাই হেন বুলিলা বচন।
পাঞ্চ মহাৰথীক বেঢ়িল হস্তীগণ॥ ২৭৭৬৮
ৰক্ষা কৰো তাসম্বাক ডাকিয়োক ৰথ।
কুঞ্জৰগণক মাৰি নেওঁ যমপথ॥
সখিৰ বচন হেন শুনি হৃষীকেশ।
গজগণ মধ্যে ৰথ কৰিলা প্ৰৱেশ॥ ২৭৭৬৯
অনন্তৰে কুন্তীৰ তনয় ধনঞ্জয়।
প্ৰহাৰিয়া নাৰাচ নিৰ্ম্মল শৰচয়॥
গিৰিবৰ সমসৰ কুঞ্জৰ প্ৰমত্ত।
কদন কৰন্তে আছে ঘোৰ সমৰত॥ ২৭৭৭০
সেহি সময়ত ভীমসেনে গদা ধৰি।
খেদি গৈলা হস্তীসমূহক ক্ৰোধ কৰি॥
ডেৱ দিয়া ভুমিত নামিল ৰথ হন্তে॥
শূল ধৰি ৰুদ্ৰ যেন প্ৰলয়ৰ অন্তে॥ ২৭৭৭১
ঘোৰৰূপে প্ৰজা ৰণে কৰন্ত সংহাৰ।
সেহিমতে গদা ধৰি পাণ্ডুৰ কুমাৰ॥
হস্তীগণ কদন কৰন্ত গদা ধৰি।
মৃগসকলক যেন প্ৰমত্ত কেশৰী॥ ২৭৭৭২
কতো গদা বাৰি কতো মুষ্টিৰ প্ৰহাৰে।
শুণ্ডত ধৰিয়া কতো আছাৰিয়া মাৰে॥
দুই হাতে দুই গজ কতো টানি আনি।
লীলা কৰি মাৰে বীৰে মুণ্ডে মুণ্ডে হানি॥ ২৭৭৭৩

কতো ময়মন্তক ধৰিয়া উপৰক।
আছাৰিয়া বলে কতো মাৰন্ত গজক॥
কতো হস্তীসকলক পাৰি ধৰি বলে।
কাটিলন্ত দান্ত পাদ দিয়া কুম্ভস্থলে॥ ২৭৭৭৪
এহিমতে ভীমে হস্তীগণক মাৰিল।
যেন গজৰাজে পদ্মবনক ভাঙ্গিল॥
অৰ্জ্জুনো বিস্তৰ হস্তী বধিল মাৰাচে।
শুনা কুৰুপতি যেন হৈল কথা পাচে॥ ২৭৭৭৫
পাঞ্চালপুত্ৰত যুদ্ধ হাৰি দুৰ্য্যোধন।
শকুনিৰ সমীপক কৰিল গমন॥
পাচে কৃপ কৃতবৰ্ম্মা দ্ৰোণৰ তনয়।
নেদেখি ৰাজাক ৰণে আকুল হৃদয়॥ ২৭৭৭৬
সমৰ ভূমিত বিচাৰন্ত তিনি জনে।
চকিত নয়নে হত ভৈল বুলি ৰণে॥
যোদ্ধাসকলক পাচে পুছিলন্ত কাজ।
কৈকনো গৈলন্ত যুধিষ্ঠিৰ মহাৰাজ॥ ২৭৭৭৭
হেন শুনি বীৰগণে বুলিলা বচন।
দুৰ্য্যোধন নৃপতিত কোন প্ৰয়োজন॥
দেখা খেদি আসে পাঞ্চালৰ বীৰচয়।
ধৃষ্টদ্যুম্ন আদি কৰি পৰম নিৰ্ভয়॥ ২৭৭৭৮
তাসম্বাৰ আগ হুয়া কৰিয়ো সমৰ।
জীয়ো যদি পাইবা দুৰ্য্যোধন নৃপবৰ॥
এতহন্তে ধৃষ্টদ্যুম্ন সমীপক পাইল।
দেখি কৃতবৰ্ম্মা কৃপ দ্ৰোণীয়ে পলাইল॥ ২৭৭৭৯
অসন্তোষে শকুনিৰ সমীপক গৈল।
পাঞ্চালৰ সমে মোৰ ঘোৰ যুদ্ধ হৈল॥
পাঞ্চালসকলে ধৃষ্টদ্যুম্ন কৰি আগ।
চাৰি বীৰ সমে আছোঁ পাইল মোক লাগ॥২৭৭৮০
কৰিল প্ৰহাৰ ঘোৰ শৰে দশোদিশে।
অহৰ্নিশে মেঘে যেন বাৰিষা বৰিষে॥
পাঞ্চালগণক কোপ কৰি দিলোঁ ৰণ।
ৰথীগণ মাজে আনি শক্ৰ চাৰিজন॥ ২৭৭৮১
হেন দেখি কুৰুবীৰগণ খেদি গৈল।
উভয় দলৰ বিপৰীত যুদ্ধ ভৈল॥
মহাধনুৰ্দ্ধৰ ধৃষ্টদ্যুম্ন বীৰবৰ।
জৰ্জ্জৰিত কৰিল আমাৰ কলেৱৰ॥ ২৭৭৮২
বসন্ত কালত যেন ফুলিল মন্দাৰ।
তেজে তোলবোল তনু কৰিল আমাৰ॥
দাৰুণ প্ৰহাৰ লভি হৈলোঁ মোহমান।
যুদ্ধ এৰি পলাইলোঁ ডাকিয়া ৰথখান॥ ২৭৭৮৩
চাৰিশত ৰথ সঙ্গে লৈয়া যুযুধান।
ভঙ্গ কৌৰৱক খেদি যান্ত হানি বাণ॥
তাসম্বাৰ মধ্যত প্ৰবেশ হৈলোঁ বেগে।
দেখি বীৰগণে বেঢ়িলেক সেহি ছেগে॥ ২৭৭৮৪
মহাৰথী ধৃষ্টদ্যুম্ন পাঞ্চালৰ পতি।
তাত হন্তে মুক্ত হৈলোঁ পলায়া সম্প্ৰতি॥
সাত্যকিৰ সেনা মধ্যে পৰিয়া দুনাই।
হত ভৈল বল বুদ্ধি প্ৰভৃতি সমুদাই॥ ২৭৭৮৫
যেন পাপ কৰি পাপী পৰে নৰকত।
মোৰ অৱস্থাও ৰাজা ভৈল সেহিমত॥
শঙ্কটে পৰিয়া ক্ষেত্ৰীধৰ্ম্ম অনন্তৰ।
দুই দণ্ড মানে ঘোৰ কৰিলোঁ সমৰ॥ ২৭৭৮৬
মহা ধনুৰ্দ্ধৰ যুযুধান মহাবলী।
মোৰ শৰঘাৱে ক্ৰোধানল গৈল জ্বলি॥
অৰুণ নয়ন দুই ফুৰাই ঘনে ঘন।
তূণ হন্তে বাছি পাচে লৈলা বাণগণ॥ ২৭৭৮৭
ধনুৰ টঙ্কাৰ কৰি প্ৰহাৰ কৰিল।
কৱচে ভেদিয়া মোৰ হৃদয় ভেদিল॥
ৰথ হন্তে মূৰ্চ্ছা গৈয়া পৰিলো মহীত।
সকলো শৰীৰ জুৰি বহয়ে শোণিত॥ ২৭৭৮৮

নকৰিলা শৰ আৰো নবধিলা প্ৰাণে।
জীৱন্তে ধৰিয়া ৰাখিলন্ত যুযুধানে॥
ভীম ধনঞ্জয়ো হস্তীযুথ সংহৰিলা।
মৰি পৰি গজগণে পথ নিৰোধিলা॥ ২৭৭৮৯
মন্দগতি হৈল ৰথখান নিৰন্তৰ।
হেন দেখি মহামানী বীৰ বৃকোদৰ॥
টানি আনি পেলাইলন্ত এক পাশ কৰি।
অতি অপ্ৰয়াসে যেন প্ৰমত্ত কেশৰী॥ ২৭৭৯০
ৰথ-পথ মুক্ত কৰি পাণ্ডুৰ তনয়।
দণ্ড ধৰি যমে যেন ভ্ৰমন্ত নিৰ্ভয়॥
হেন দেখি হতশেষ তযু পুত্ৰগণ।
সমসেন ভূৰিবল কবি দুৰ্ম্মসেন॥ ২৭৭৯১
দুৰ্বিসহ দুৰ্বিমোচ সুজান্ত শ্ৰুতান্ত।
দুষ্প্ৰধৰ্ষ শ্ৰুতৰ্ব্বা যে মহা বলৱন্ত॥
তৈতে ধৰ্ম্মে সমস্ত সোদৰগণ কোপে।
বাণ বৰিষন্তে খেদি গৈলা একে জোপে॥ ২৭৭৯২
চতুৰ্ভিতি ভীমক বেঢ়িল নিৰন্তৰ।
হেন দেখি ৰথত চৰিল বৃকোদৰ॥
তযু পুত্ৰসকলক খেদি গৈলা কোপে।
ধনুৰ টঙ্কাৰ কৰি পৰম আটোপে॥ ২৭৭৯৩
শঙ্খৰ সংবাদে সিংহনাদ কৰি বলে।
অঙ্গীকাৰ সত্য কৰিবাক কুতূহলে॥
তুণ হস্তে তীক্ষ্ণতৰ শৰগণ আনি।
মহাৰথীসকলৰ মৰ্ম্মস্থানে হানি॥ ২৭৭৯৪
ঘোৰ সিংহনাদ কৰিলন্ত পুনৰ্ব্বাৰ।
শুনি নসহিল পুত্ৰ সমস্তে তোমাৰ॥
ভীমৰ শৰীৰে শৰ অসংখ্য মাৰিল।
গগন মণ্ডল সূৰ্য্যমণ্ডল ঢাকিল॥ ২৭৭৯৫
শৰঘাৰে ভীমসেন ক্ৰোধত জ্বলিল।
খুৰপতি নামে শৰ তুলিয়া ধৰিল॥
দুঃশাসন বীৰৰ কণ্ঠক লক্ষ্য কৰি।
প্ৰহাৰ কৰিল বামহাতে ধনু ধৰি॥ ২৭৭৯৬
কুণ্ডলে মণ্ডিত অতি পৰম ৰুচিৰ।
কাটিয়া ভূমিত পেলাইলন্ত হেন শিৰ॥
কৰিল প্ৰকাশ সিটো ধৰণীমণ্ডল।
হানিলা ত্বৰিতে ভীমে পুনৰপি ভল্ল॥ ২৭৭৯৭
সাতো আৱৰণক ভেদিবে পাৰে শৰে।
হেন বিপৰীত ভল্ল হানি বৃকোদৰে॥
মহাৰথী বীৰ যত ভেদিলা হৃদয়।
ভূমিত পৰিল খসি তোমাৰ তনয়॥ ২৭৭৯৮
সমসেন হৃদয়ত তাড়িল নাৰাচে।
ৰথহন্তে ভূমিত পৰিল বীৰ পাচে॥
তোমাৰ তনয় জয়সেন হতপ্ৰাণ।
হেন দেখি তিনি বীৰ কোপে কম্পমান॥ ২৭৭৯৯
গৃধ্ৰপত্ৰে চায়া আছে অতি ৰুচিকৰ।
শণাইত সাত শৰ পুঙ্খ সুবৰ্ণৰ॥
ভীমৰ শৰীৰে হেন একশত বাণে।
তাড়িল শ্ৰুতৰ্ব্বা তাক পৱন সন্ধানে॥ ২৭৮০০
দাৰুণ প্ৰহাৰে কুন্তীসুত ভীমসেন।
বাঢ়িল সাগৰ খান অতিশয় যেন॥
কংসাল সৰ্পৰ যেন মাথে দিল লাথি।
কুপিত সিংহক যেন জোকাইলন্ত হাথী॥ ২৭৮০১
সেহিমতে শৰঘাৰে বীৰ বৃকোদৰ।
ক্ৰোধত কম্পিত তনু কামুৰি অধৰ॥
গুণত জুৰিলা আনি তিনিপাট শৰ।
দীঘল ডাঙ্গৰ বৰ সদৃশ সৰ্পৰ॥ ২৭৮০২
কৰিল প্ৰহাৰ কৰ্ণমানে ধনু টানি।
অগনি ফুলিঙ্গা যায় দশোদিশ চানি॥
ভূৰিবল যৈত ৰই তোমাৰ তনয়।
ভীমক সন্ধানে যুদ্ধ কৰন্তে আছয়॥ ২৭৮০৩

তিনি শৰে তিনি বীৰ ফুটিয়া সন্ধানে।
ৰথহন্তো ভূমিত পৰিল হতপ্ৰাণে ॥
বসন্ত কালৰ যেন ফুলিল পলাশ।
উভলি পৰিল লাগি প্ৰচণ্ড বতাস ॥ ২৭৮০৪
সেহিমতে তযু পুত্ৰগণ পৰি ৰৈল।
অপৰ নাৰাচ ভীমসেনে তুলি লৈল ॥
দুৰ্ব্বিমোচ কুমাৰৰ ভেদিলা হৃদয়।
ভূমিত পৰিল দেখি বীৰে তমোময় ॥ ২৭৮০৫
পূৰ্ব্বে যেন বজ্ৰে দেৱৰাজ পুৰন্দৰ।
ভূমিত পেলাইল কাটি পৰ্ব্বত শিখৰ ॥
সেহিমতে দুৰ্ব্বিমোচ তোমাৰ কুমাৰ।
নিঢালে পৰিল পায়া ভীমৰ প্ৰহাৰ ॥ ২৭৮০৬
আৰো চাৰি শিলীমুখ মাৰি বৃকোদৰ।
দুষ্প্ৰধৰ্ষ সুজাতক নিলা যমঘৰ ॥
অপৰ ভল্লক ভীমে কৰিয়া প্ৰহাৰ।
দুৰ্ব্বিসহ মহাৰথ কৰিলা সংহাৰ ॥ ২৭৮০৭
এহিমতে ভীমে দশ তনয় তোমাৰ।
একেশ্বৰে সমৰত কৰিলা সংহাৰ ॥
অৱশেষ শ্ৰুতৰ্ব্বা আছয় সমৰত।
ভ্ৰাতৃগণ হেতু ক্ৰোধ কৰিয়া মনত ॥ ২৭৮০৮
স্বৰ্ণে ৰচিত ধনুখান ধৰি কৰে।
উপৰক তুলি ফুৰাই মাথাৰ উপৰে ॥
গুণত জুড়িল আনি বাছি পাঞ্চ বাণ।
প্ৰচণ্ড প্ৰতাপ অগ্নি সূৰ্য্যৰ সমান ॥ ২৭৮০৯
ভীমৰ হাতৰ দিব্য কাঢ়ি লৈলা ধনু।
বিংশতি সায়ক বীৰে প্ৰহাৰিলা পুনু ॥
সমৰত পাণ্ডৱৰ ভেদিলা হৃদয়।
হেন দেখি ভীমসেন কুন্তীৰ তনয় ॥ ২৭৮১০
আন ধনুখান তুলি ধৰিয়া সত্বৰ।
ৰহ ৰহ বুলি মাৰিলন্ত সাত্ত শৰ ॥
পুনৰপি সত্বৰি সায়ক প্ৰহাৰিলা।
গগন মণ্ডলে শৰ শ্ৰুতৰ্ব্বা দেখিলা ॥ ২৭৮১১
আকৰ্ণ পূৰিয়া ধনু আজুৰিয়া টানে।
পথতে ছেদিলা ভীমসেনে নিজ বাণে ॥
পাচে ভীমে তিনি শৰ কৰিয়া প্ৰহাৰ।
ভেদিলা হৃদয় মহাৰথ শ্ৰুতৰ্ব্বাৰ ॥ ২৭৮১২
শ্ৰুতৰ্ব্বায়ো অনন্তৰে হানি দশ শৰ।
ভেদিলা ভীমৰ দুই স্তনৰ অন্তৰ ॥
বাণ-ঘাৱে কুন্তীৰ তনয় মহাবল।
শৰ হানি পূৰিলন্ত গগনমণ্ডল ॥ ২৭৮১৩
দ্ৰোণ উপদেশে ৰাজা তোমাৰ তনয়।
পুনৰপি পথতে কাটিলা শৰচয় ॥
বিপৰীত ঘোৰ যুদ্ধ ভৈল দুইহন্তৰ।
যেন পূৰ্ব্বে জম্ভাসুৰ সমে পুৰন্দৰ ॥ ২৭৮১৪
আতি তীক্ষ্ণতৰ যমদণ্ড সমসৰ।
দুই বীৰে প্ৰহাৰ কৰিলা নিৰন্তৰ ॥
পূৰিল পৃথিৱীখান গগনমণ্ডল।
শৰময় দশো দিশ বিদিশ সকল ॥ ২৭৮১৫
ৰবিৰ প্ৰকাশ নাই নবহে পৱন।
মেঘে যেন জলবৃষ্টি কৰে ঘনে ঘন ॥
মহাক্ৰোধে শ্ৰুতৰ্ব্বা হানিয়া পাচে শৰ।
বাহু উৰু বক্ষস্থল ভেদিলা ভীমৰ ॥ ২৭৮১৬
শত্ৰুগণ বিমৰ্দ্দন বীৰ বৃকোদৰ।
দাৰুণ প্ৰহাৰে কোপে কামুৰি অধৰ ॥
পাঞ্চ গোটা শিলীমুখ শৰ বাছি আনি।
মাৰিলা ত্বৰিতে ধনু কৰ্ণমানে টানি ॥ ২৭৮১৭
সাৰথি সহিতে চাৰি ঘোঁৰা শ্ৰুতৰ্ব্বাৰ।
বধিলন্ত সমৰত পাণ্ডুৰ কুমাৰ ॥
ৰথভঙ্গে ভূমিত পৰিল মহাবীৰ।
দেখি ভীমে খুৰৰ সদৃশ তিনি শৰ ॥ ২৭৮১৮

কুমাৰৰ শৰীৰত কৰিলা প্ৰহাৰ।
মনত চিন্তিয়া মৰণক শ্ৰুতৰ্ব্বাৰ ॥
দাৰুণ প্ৰহাৰ পাই পাচে বৰ খঙ্গে।
জাম্প দিয়া ভূমিত নামিল ৰথভঙ্গে ॥ ২৭৮১৯
শত চন্দ্ৰ সম শূৰ্প ধৰি বাম কৰে।
ডাহিনত খড়্গখান লৈলন্ত সত্বৰে ॥
সেহি সময়ত ভীমসেন মহাবীৰ।
খুৰশৰে শ্ৰুতৰ্ব্বাৰ ছেদিলন্ত শিৰ ॥ ২৭৮২০
কিৰীটি কুণ্ডলে সুমণ্ডিত মুণ্ড পাচে।
পৰিল ভূমিত সৰ্ব্বলোকে চাহি আছে ॥
তোমাৰ তনয়গণ বধি ঘোৰ ৰণে।
সেনাৰ মধ্যত প্ৰৱেশিলা সেহিক্ষণে ॥ ২৭৮২১
হাজাৰ দশেক ক্ৰোধে মাৰিল পদাতি।
সাতশত মাৰিলন্ত ময়মত্ত হস্তী ॥
পাঞ্চ শত ৰথ তুৰঙ্গম আঠ শত।
কৰিলন্ত হত বৃকোদৰ সমৰত ॥ ২৭৮২২
ৰাজাৰ সোদৰগণ বধিয়া ৰণত।
কৃতকৃত্য ভৈলোঁ বুলি ভাবিলা মনত ॥
আজিসে মোহোৰ ভৈল জন্মৰ সাফল।
নিজ অঙ্গীকাৰ সত্য কৰিলোঁ সকল ॥ ২৭৮২৩
হেন মনে চিন্তি মহামানী ভীমসেন।
কৰিলেক সিংহনাদ মত্তসিংহ যেন ॥
হত অৱশেষ অল্প কুৰুসেনাচয়।
পাণ্ডৱৰ সিংহনাদ শুনি মহাভয় ॥ ২৭৮২৪
সঞ্জয় বদতি শুনিয়োক মহাশয়।
ক্ৰুদ্ধমনে দুৰ্য্যোধন তোমাৰ তনয় ॥
মাদ্ৰীপুত্ৰ সহদেৱ বীৰক সমৰে।
কৰিলা প্ৰহাৰ পাচে মাথাত সত্বৰে ॥ ২৭৮২৫
দাৰুণ প্ৰহাৰ পাই পাণ্ডুৰ কুমাৰ।
হৰিল চেতন দেখিলেক অন্ধকাৰ ॥

শোণিত সমস্তে পূৰিলেক কলেবৰ।
কম্পি কম্পি ৰহিলেক ৰথৰ উপৰ ॥ ২৭৮২৬
ঘোঁৰাসকলক বধিলন্ত অনন্তৰ।
শূন্য হৈল সমৰ-ধৰণী নিৰন্তৰ ॥
সুশৰ্ম্মাক খেদি পাচে গৈলন্ত অৰ্জ্জুন।
গাণ্ডীৱ ধনুৰ বলে আজুৰিলা গুণ ॥ ২৭৮২৭
অসংখ্যাত বাণগণ কৰিয়া প্ৰহাৰ।
হেন দেখি ৰথীগণ ত্ৰিগৰ্ত্ত ৰাজাৰ ॥
কৃষ্ণ অৰ্জ্জুনক বেঢ়িলেক তত কাল।
মাৰিল অসংখ্য শৰসমূহ বিশাল ॥ ২৭৮২৮
খুৰ শৰগণ পাচে মাৰি ধনঞ্জয়।
বধিলা সমস্ত সমৰত ৰথীচয় ॥
ঘোৰ অৰণ্যৰ মাজে প্ৰমত্ত কেশৰী।
মাৰে ক্ষুদ্ৰ হৰিণগণক লীলা কৰি ॥ ২৭৮২৯
গগনমণ্ডল যাই বেগে পাইলা লাগ।
কাটিয়া ত্বৰিতে কৰিলেক ভাগ ভাগ ॥
খণ্ড খণ্ড হুয়া শক্তি ভূমিত পৰিল।
দেখি শকুনিৰ ভয়ে হৃদয় কম্পিল ॥ ২৭৮৩০

### শকুনি বধ

পাচে পাচে খেদয় নেদয় তাৰ লাগ।
ভঙ্গ কুঞ্জৰক যেন খেদে মহানাগ ॥
ডাক দিয়া বোলে শুন অৰে দুৰাচাৰ।
কিসক পলাস প্ৰাণ ৰাখি আপুনাৰ ॥ ২৭৮৩১
আগতে বধিলোঁ তোৰ পুত্ৰ ৰণমাজে।
প্ৰতিকাৰ তাৰ নকৰস কোন কাজে ॥
সভামধ্যে যত গৰ্ব্ব কৰিলি পূৰ্ব্বত।
সিটো বল আজি কেনে নকৰ বেকত ॥ ২৭৮৩২
এবে শৃগালৰ থানে পলাস কিসক।
কিমতে দেখাবি মুখ স্ত্ৰী জনস্তক ॥

লোকে হাসিবাক প্রতি তোৰ নাই ডৰ।
পৰম ইতৰ তই নিলাজ বৰ্ব্বৰ ॥ ২৭৮৩৩
কৰ্ণমানে টানি আনি প্রহাৰিলা বলে।
গগনমণ্ডলে শৰ সূৰ্য্য সম জ্বলে ॥
পৱন সঞ্চাৰে শকুনিক লাগ পাইল।
সৰ্ব্ব আৱৰণ ভেদি ছেদিয়া পেলাইল ॥ ২৭৮৩৪
ৰুধিৰে পূৰিল অঙ্গ সৰ্ব্ব শকুনিৰ।
কিৰীটি কুণ্ডলে সুমণ্ডিত তাৰ শিৰ ॥
পৃথকে পৃথকে পৰি ৰৈল মহীতলে।
দেখি কুৰুবীৰগণে মনত বিকলে ॥ ২৭৮৩৫
পলাইবে লাগিল অস্ত্র শস্ত্র ধৰি কৰে।
মাদ্রীৰ নন্দন সহদেৱে অনন্তৰে ॥
অনৰ্থৰ মূল শকুনিক বধি ৰণে।
মহা শঙ্খ-ধ্বনি কৰিলন্ত ৰঙ্গমনে ॥ ২৭৮৩৬
কৃষ্ণ ধনঞ্জয় আন বীৰগণ যত।
ফুঙ্কিলন্ত শঙ্খ সবে আনন্দে মনত ॥
প্রশংসা বচনে সহদেৱক পূজিলা।
যুধিষ্ঠিৰ মহাৰাজে আনন্দ লভিলা ॥ ২৭৮৩৭
আলিঙ্গন চুম্বন কৰিয়া অনন্তৰ।
সকল শৰীৰ মাৰ্জ্জিলন্ত সোদৰৰ ॥
ধন্য ধন্য সহদেৱ বীৰ বলিয়াৰ।
হৃদয়ৰ শল্য মোৰ কৰিলা নিস্তাৰ ॥ ২৭৮৩৮
ৰাজাৰ মৰণে ক্রোধ কৰিয়া মনত।
পাশুপত সম শক্তি ধৰিয়া হস্তত ॥
মাদ্রীপুত্র সহদেৱ বীৰক সমৰে।
বধিবাক মনে বেঢ়িলেক নিৰন্তৰে ॥ ২৭৮৩৯
দেখি ক্রুদ্ধমনে ধনঞ্জয় ভীমসেন।
খেদি গৈলা গান্ধাৰগণক যম যেন ॥
ক্ষণে ক্ষণে সবাকো বধিলা দুইজনে।
তোমাৰ তনয় দেখি ৰাজা দুৰ্য্যোধনে ॥ ২৭৮৪০
আপুনাৰ সঙ্গে আছে যত বীৰগণ।
তাসম্বাক সম্বুধিয়া বুলিলা বচন ॥
হয় হস্তী ৰথ যত পদাতিসকল।
বিলম্ব নকৰি সবে সমৰক চল ॥ ২৭৮৪১
নানা অস্ত্র শস্ত্র লৈয়া যুদ্ধৰ সজ্জাত।
পাণ্ডৱৰ দলমধ্যে প্রৱেশ ত্বৰিত ॥
দেখি মহাৰথীগণ বেঢ়ি তাসম্বাক।
কৰে ধনু ধৰি কৰি ঘোৰ শৰজাক ॥ ২৭৮৪২
দুই দণ্ড মধ্যে বধিলেক নিৰন্তৰ।
হয় হস্তী পদাতি কটক কৌৰৱৰ ॥
একাদশ অক্ষৌহিণী সেনা বলৱন্ত।
মহা বলৱন্ত আৰো ৰাজা অপৰ্য্যন্ত ॥ ২৭৮৪৩
বধিলেক পাণ্ডুগণে সবাকো সমৰে।
অৱশেষে দুৰ্য্যোধন আছে একেশ্বৰে ॥
চকিত নয়নে দশোদিশ নিৰীক্ষিল।
দৃষ্টিৰ গোচৰে নিজগণ নেদেখিল ॥ ২৭৮৪৪
শূন্য ভৈল সমৰ-ধৰণী সমুদায়।
গদাগোট বিনে আৰ নাহিকে সহায় ॥
যত প্রয়োজন সিদ্ধে পাণ্ডুপুত্রচয়।
কৌতুহলে সিংহনাদ কৰন্তে আছয় ॥ ২৭৮৪৫
তাক শুনি নৃপতিৰ হৃদয় কম্পিল।
বিদুৰৰ বচনক মনত স্মৰিল ॥
ভয় পায়া দুৰ্য্যোধনে শোকক লভিয়া।
কতেক্ষণ মান পাচে আছিল ৰহিয়া ॥ ২৭৮৪৬
অনন্তৰে আলচ কৰিয়া মনে মনে।
পলাইবাক নিশ্চয় কৰিলা দুৰ্য্যোধনে ॥
গুৰুতৰ গদাগোট ধৰি ভূমিপাৰে।
পলাই গৈল কুৰুপতি বিহ্বল স্বভাৱে ॥ ২৭৮৪৭
সাৰ্ব্বভৌম ৰাজাগণ পৃথু আদি কৰি।
কৰিলা ভকতি মুকুতিকো পৰিহৰি ॥

শ্ৰৱণ কীৰ্ত্তন ভক্তি জানা নিষ্ঠ কৰি।
স্বধৰ্ম্মত থাকি ডাকি বোলা হৰি হৰি ॥ ২৭৮৪৮

যুধিষ্ঠিৰৰ আদেশত যুযুৎসুৰ যুদ্ধত নিহত বীৰসকলৰ বিধৱা পত্নীসকলক ৰথত তুলি হস্তিনালৈ প্ৰেৰণ

**তুলৰী**

সঞ্জয় বদতি শুনা কুৰুপতি
যেন কথা ভৈল পাচে।
হেন বিসঙ্গতি শুনিয়া সম্প্ৰতি
ৰাজভাৰ্য্যা যত আছে ॥
হৃদয়ত মুষ্টি হানি নিৰন্তৰে
বাহিৰিলা গৃহ হন্তে।
স্বামীৰ গুণক বৰ্ণাই বৰ্ণাই
বিলাপ আতি কৰন্তে ॥ ২৭৮৪৯
নৃপতিগণৰ বৃদ্ধা অনুচৰ
দ্বাৰত যত আছিল।
বিহ্বল স্বভাৱে স্ত্ৰী সমস্তৰ
নিকটে সবে আসিল ॥
শোকে বিপৰীত পৰিয়া ভূমিত
কান্দে ৰাজভাৰ্য্যাগণ।
মহা মনদুখে সবাক সম্মুখি
বুলিলা হেন বচন ॥ ২৭৮৫০
শুনা মাতৃলোক এৰা ইটো শোক
আপুনাৰ চিন্তা হিত।
শত্ৰুগণে যাৱে নুই পাৱে আসি
উঠিয়ো সবে ত্বৰিত ॥
কুলধৰ্ম্ম ৰাখি ক্ষণিকো নাপেক্ষি
চলিয়ো হস্তিনাপুৰ।
হেন বাণী শুনি নাৰী নিৰন্তৰ
ভয়ত আতি সত্বৰ ॥ ২৭৮৫১
শিৰৰ সিন্দুৰ কৰি দুখ দুৰ
পেলাইলেক অলঙ্কাৰ।
কেহো কেহো উঠি পৰৈ ধাত-ধাত
শোকে দেখে অন্ধকাৰ ॥
দেখি দাসীগণে মহাদুখ মনে
ধৰিয়া নেয় কান্দন্তে।
চৰণৰ হন্তে পৰৈ তেজ ধাৰা
প্ৰত্যেক খোজ কাঢ়ন্তে ॥ ২৭৮৫২
চন্দ্ৰে সূৰ্য্যে যাক নেদেখিল পূৰ্ব্বে
হেন দিব্য নাৰীগণ।
সবাহাৰে বিদ্যু- মানে মহাদুখে
ভূমি-পাৱে আগমন ॥
অনন্তৰে হেন দেখিল যুযুৎসু
ভয়াতুৰ নাৰীলোক।
কতোক্ষণ মানে চিন্তিয়া আছিল
লভিয়া দাৰুণ শোক ॥ ২৭৮৫৩
পাচে যুধিষ্ঠিৰ ধৰ্ম্ম নৃপতিৰ
নিকটক প্ৰতি গৈলা।
মহিষীগণৰ দুখৰ কাহিনী
প্ৰপঞ্চি সমস্তে কৈলা ॥
কৰযোৰ কৰি বুলিলন্ত পাচে
যদি তযু আজ্ঞা পাওঁ।
ভয়াতুৰ নাৰী- গণ নিৰন্তৰে
নগৰক লৈয়া যাওঁ ॥ ২৭৮৫৪
পাচে প্ৰীতিমনে কুন্তীৰ নন্দনে
আশ্বাস তাঙ্ক কৰিল।
স্ত্ৰী সমস্তক নিয়ো নগৰক
যুযুৎসুক আদেশিল ॥
ভীমতো অনুজ্ঞা লৈয়া অনন্তৰে
যুযুৎসু অতি সত্বৰে।
স্ত্ৰী সমস্তক তুলিয়া ৰথত
প্ৰবেশে আসি নগৰে ॥ ২৭৮৫৫
বন্ধু বান্ধৱক স্মৰিয়া মনত
সন্তাপ আতি লভিলা।
সজল নয়নে যত নাৰীগণে
নিজ নগৰত ৰৈলা ॥
শুনা সভাসদ ভাৰতৰ পদ
এৰি সবে আন কাম।
সবে ভাৱভুৰ জানি নিৰন্তৰে
ডাকি বোলা ৰাম ৰাম ॥ ২৭৮৫৬

শল্যপৰ্ব্ব সমাপ্ত

অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

## গদা পৰ্ব্ব

---

দুৰ্য্যোধনৰ দ্বৈপায়ন হ্ৰদত আশ্ৰয়

পদ

ধৰ্ম্মৱন্ত যুধিষ্ঠিৰ বনবাস খপি।
বিৰাট নগৰে একঠাই পুনৰপি ॥
সবন্ধু বান্ধৱে আলোচিয়া যত কাৰ্য্য।
মাধৱক পঠায়া মাগিলা অৰ্দ্ধৰাজ্য ॥ ২৭৮৫৭
পাঞ্চগ্ৰাম মাগিলন্ত গোত্ৰ হত্যাভয়।
তাহাকো নেদিলা দুৰ্য্যোধন দুৰাশয় ॥
ভিক্ষা মাগি খাইবো হেন বুলিল বচন।
গীতাত আপুনি কহিলন্ত সনাতন ॥ ২৭৮৫৮
আৰম্ভিলা যুদ্ধ মাধৱৰ অনুমতি।
প্ৰথমতে পৰিলন্ত ভীষ্ম সেনাপতি ॥
পাচৰ যুদ্ধত দ্ৰোণ পৰিলন্ত তয়।
পাচে কৰ্ণ সেনাপতি গৈলা যমালয় ॥ ২৭৮৫৯
অনন্তৰে শল্য সেনাপতি যুদ্ধ দিল।
সসৈন্যে পাণ্ডৱে তাক যমপুৰে নিল ॥
হাতী ঘোঁৰা পদাতি সকলে কৈলা হত।
চাৰি মহাৰথী মাত্ৰ এৰিলা ৰণত ॥ ২৭৮৬০
কৃপ কৃতবৰ্ম্মা অশ্বত্থামা তিনিজন।
ৰণে হাৰি চাৰিও ভৈলেক দুখমন ॥
মহা মন দুখে দুৰ্য্যোধন নৃপবৰ।
প্ৰৱেশিলা গৈয়া দ্বৈপায়ন সৰোবৰ ॥ ২৭৮৬১
যদি পাণ্ডৱৰ হাত পাবে এৰাইবাক।
তপ কৰিবাক মনে শঙ্কৰ ব্ৰহ্মাক ॥
স্ত্ৰীৰ ক্ৰন্দন শুনি নাথাকোঁ নগৰে।
এহি বুলি গৈলা দ্বৈপায়ন সৰোবৰে ॥ ২৭৮৬২
শুনিয়োক পাচ কথা বিজয় পৰ্ব্বৰ।
যেনমতে ৰণজয় ভৈলা পাণ্ডৱৰ ॥
সঞ্জয় বদতি ধৃতৰাষ্ট্ৰ নৃপবৰ।
সন্ধ্যাকালে ৰণে জয় ভৈলা যুধিষ্ঠিৰ ॥ ২৭৮৬৩
পঞ্চত্ৰিশ দিনমানে কৰিলন্ত ৰণ।
সন্ধ্যাকালেঁ ভঙ্গ দিয়া গৈলা দুৰ্য্যোধন ॥
পাচে পাঞ্চ পাণ্ডৱে খেদন্তে যান্তে ঠাই।
মহাৰথীগণ সমে নগৰী বেঢ়াই ॥ ২৭৮৬৪
ঢাক ঢোল জয় বাদ্য প্ৰজাৰ আন্দোল।
হস্তী ঘোঁৰা চিঁহৰয় প্ৰজা কৰে ৰোল ॥
পোহাৰী থামৰি যোগনীয়া বৃত্তিয়াৰ।
বৈদ্যসব গৰগৰায় যতেক কমাৰ ॥ ২৭৮৬৫
বোজা বিবা বান্ধে কতো কৰে ৰিঙাৱাও।
দদা খুড়া বাপ ভাই জাণ্টে বাজ হও ॥

এতেকতে ব্যাপি দেখে আসে ভগনীয়া।
বোজা এৰি প্ৰাণ ৰাখি পলাই লম্বৰীয়া ॥ ২৭৮৬৬
মাৰিলে কান্দয় শিশু হেমেলাৰে গাই।
কুকুৰে ভুকয় অচিনাকি লোক পাই ॥
কেহোজনী বোলে বাই পলাওঁ আপুনে।
ওলাইব নোৱাৰে শিশুক নিব কোনে ॥ ২৭৮৬৭
ৰণত পৰিল স্বামী দেৱৰ যে থাল।
কেনি যাইবো কোনে কৰিবে প্ৰতিপাল ॥
বিধবাৰ পুত্ৰতেসে আশা সৰ্ব্বকাল।
পুত্ৰ সমে মৰা ইটো নোহে কভু ভাল ॥ ২৭৮৬৮
এহিমতে কান্দে কৌৰৱৰ নাৰীগণ।
ৰাজ্যৰ ওৱাৰি যুধিষ্ঠিৰ দৰশন ॥
নাহি দুৰ্য্যোধন ৰাজা গৈলা কোন ঠাই।
চাৰি দিশে গৈলা প্ৰজা বিচাৰি নাপাই ॥ ২৭৮৬৯
যায় এৰি গ্ৰাম গিৰি গুহা নদীবন।
সবে ঠাই শুনি মাত্ৰ প্ৰজাৰ ক্ৰন্দন ॥
কৃপ কৃতবৰ্ম্মা অশ্বত্থামা বৰ বীৰ।
প্ৰজাৰ ক্ৰন্দন শুনি নসহে শৰীৰ ॥ ২৭৮৭০
বীৰ হুয়া পলাই থাকিব আমি কৈক।
প্ৰজাৰ ক্ৰন্দন শুনি জীউ ধিক ধিক ॥
এহি বুলি ৰাজাৰ পাশক গৈলা চলি।
যৈত গদাধৰি আছে দুৰ্য্যোধন বলী ॥ ২৭৮৭১
মহা বেগে উঠি কৰি গদাৰে মণ্ডল।
তিনি প্ৰহৰৰ পথ অন্তৰাৱে জল ॥
দুৰ্য্যোধন ৰাজাৰ গদাৰ লাগি পাক।
ঘূৰি থাকে জল যেন কুমাৰৰ চাক ॥ ২৭৮৭২
পাশ চাপি যেতিক্ষণে চাপি আসে জল।
দুনাই আহি কৰে বীৰে গদাৰ মণ্ডল ॥
এহিমতে জল মাজে আছে দুৰ্য্যোধন।
শুনি সিদ্ধ মুনিৰ বিস্ময় হোৱে মন ॥ ২৭৮৭৩

কৃপ কৃতবৰ্ম্মা অশ্বত্থামা তিনি বীৰ।
নৃপতিক সম্মুখি মাতন্ত ধীৰে ধীৰ ॥
শুনা গদা পৰ্ব পদ সন্তোষিত মন।
ব্যাসৰ বচনচয় অমৃত সমান ॥
কবিৰাজ মিশ্ৰে কহে মুকুতি উপায়।
বোলা ৰাম ৰাম আতপৰে গতি নাই ॥ ২৭৮৭৪

দুলৰী

দ্ৰোণী নিগদতি শুনা মহামতি
তাক শুনি কেনে জীউ।
উঠা মহাশয় নকৰিবা ভয়
পুনৰপি যুদ্ধ দিউ ॥
বোলে দুৰ্য্যোধন শুনা তিনিজন
অবৈৰ বান্ধব মোৰ।
ভীষ্ম দ্ৰোণ কৰ্ণ আন বীৰগণ
কৰিলোঁহো যুদ্ধ ঘোৰ ॥ ২৭৮৭৫
বিধিৰ বিপাকে পাণ্ডৱে আমাক
মাৰিয়া ৰাজ্য লৈলেক।
পাণ্ডৱগণক জিনিব তথাত
হেন বীৰ নভৈলেক ॥
ৰাখিছোঁ জীৱন আমি চ
শৰ বিষে কাম্পে কায়।
যেহি হৌক ভাগে যুজিবাক
থাকিবো ৰাত্ৰি জিৰাই ॥ ২৭৮
শুনি গুৰু সুত প্ৰতিজ্ঞা
কৰিয়া বোলে বচন।
কৰি আছে যত জপ তপ
সবে হৈবে মোৰ ছন্ন ॥
যদি দুৰ্য্যোধন উঠি কৰে
নাহি মোৰ পাচ ভৰি।
জিনি ৰাজ্য পায় নহি স্বৰ্গে
সমুখ সমৰ কৰি ॥ ২৭৮৭৭

শুনা সৰ্বজন এৰি আন কাম
ভাৰতৰ পদ শুনি।
হিয়ে ৰূপ ধৰি বোলা হৰি হৰি
তৰিবা তেবে আপুনি ॥ ২৭৮৭৮

দুৰ্য্যোধনৰ ওচৰলৈ যুধিষ্ঠিৰ আদিৰ গমন

পদ

সঞ্জয় বদতি শুনা ব্যাসৰ নন্দন।
হেন কথা মাতে যেৱে আছা দুৰ্য্যোধন ॥
পশু মাৰি ব্যাধ গৈলা জল পান মনে।
যতেক কাহিনী শুনি আছিল শ্ৰৱণে ॥ ২৭৮৭৯
নিতে নিতে পশু মাৰি যোগাৱে ভীমক।
হেন কথা শুনি ব্যাধে গৈলা নগৰক ॥
খুজি লৰি পাণ্ডৱে নাপাইলা দুৰ্য্যোধন।
পাণ্ড ভাই আছন্ত পৰম দুখ মন ॥ ২৭৮৮০
সেহি বেলা ভীমত কহিলা ব্যাধে কাজ।
দুৰ্য্যোধন ৰাজা পলাই আছে জল মাজ ॥
শুনি ভীমসেনে ভৈলা হৰিষ অপাৰ।
ব্যাধৰ কণ্ঠত পিন্ধালন্ত হেম হাৰ ॥ ২৭৮৮১
অদৰিদ্ৰ কৰি তাক দিলা বস্ত্ৰ ধন।
ৰাজাত জনাইলা যথা আছে দুৰ্য্যোধন ॥
শুনি যুধিষ্ঠিৰ হৰিষ ভৈল মন।
মহাৰথীগণ সমে সাজিল তেখন ॥ ২৭৮৮২
অৰ্জ্জুন নকুল সহদেৱ ভীমসেন।
সোমক পাঞ্চাল দল ধাইলা যম যেন ॥
ধৃষ্টদ্যুম্ন শিখণ্ডী অপৰ যত ৰাজা।
যুধামন্য বিৰাট সাত্যকি উত্তমৌজা ॥ ২৭৮৮৩
মাধৱ প্ৰমুখ্যে আসিলন্ত যত বীৰ।
চতুৰঙ্গ দলে আসিলন্ত যুধিষ্ঠিৰ ॥
হয় হস্তী ৰথ ধ্বজ মচুৰাৱে দণ্ড।
প্ৰজাৰ আৰৰ বজাৱন্ত বাদ্য ভণ্ড ॥ ২৭৮৮৪
ঢাক ঢোল মৃদঙ্গ বজাৱে কৰতাল।
মাদলী উৰলি দৰা খুমুচি কাহাল ॥
পনৱ পণহ ভেৰ গোমুখ ঝাঝৰ।
বীণা বেণু বাঁশী পেপা খোদা চাৰন্দাৰ ॥ ২৭৮৮৫
বিপঞ্চি দগৰ দৰমণ্ডল দতোৰা।
শঙ্খ শিঙ্গা বাদ্য বাজে নগৰৰ পৰা ॥
পৰম প্ৰাৱন্তে যুধিষ্ঠিৰ নৃপবৰ।
বেগে পাইলা গৈয়া দ্বৈপায়ন সৰোবৰ ॥ ২৭৮৮৬
হেন দেখি কৃপ কৃতবৰ্ম্মা বোলে কাজ।
অসাৱধানে আসি পাইলা ধৰ্ম্মৰাজ ॥
কোন কৰ্ম্ম কৰো আদেশিয়ো নৰেশ্বৰ।
দুৰ্য্যোধনে বোলে যাওঁ বনৰ ভিতৰ ॥ ২৭৮৮৭
বট মূলে বসিলা ৰাজাৰ ভিতি চাই।
হা হা দুৰ্য্যোধন ৰায় কি ভৈল বিলাই ॥
অসংখ্য নৃপতি যাক থাকে সেৱা কৰি।
দণ্ড ছত্ৰ বিচিত্ৰ চামৰ কৰে ধৰি ॥ ২৭৮৮৮
যাৰ দ্বাৰে সহস্ৰেক প্ৰমত্ত বাৰণ।
সিসে ৰাজ কিৰীটিয়ে চোৱে সিংহাসন ॥
হেন স্থানে ধৱল চামৰ কৰে ধৰি।
যাক বিচি সেৱা কৰে অনেক সুন্দৰী ॥২৭৮৮৯
হিৰণ্য খাটত হৱে যাহাৰ শয়ন।
সেৱা বৰি থাকে যাক ৰাজ কন্যাগণ ॥
সসাগৰা পৃথিবীৰ যত আছে ৰাজা।
কৈত গৈলা সিটো নৃপ কৌটি কৌটি প্ৰজা॥২৭৮৯০
গদা ব্যতিৰেকে একো নাহিকে সহায়।
কিনো সুখী কৰি বিধি স্ৰজিলে বিলাই ॥
বীৰত্ব কৰিয়া খেদি আসে পাণ্ডুগণ।
কোনে ৰথ যোগাইবে সাৰথি হৈবে কোন ॥ ২৭৮৯১
হেন দুঃখ মানি মনে বৈলা তিনি বীৰ।
সেহিবেলা আসি ভেটিলন্ত যুধিষ্ঠিৰ ॥

কৌৰৱ ৰাজাৰ স্মৰি দাৰুণ কৰ্ম্মক।
মাতিবে লাগিলা ধৰ্ম্মে সম্বোধি কৃষ্ণক ॥ ২৭৮৯২
দেখিয়োক বল প্ৰভু কৌৰৱ ৰাজাৰ।
জলকে কৰিয়া স্থল আছে দুৰাচাৰ ॥
গদাৰ পাকত সব জল দূৰ কৰে।
তাত পলাই ৰহিলন্ত প্ৰাণৰ কাতৰে ॥ ২৭৮৯৩
পলন্তাক খেদি বলে মাৰিবাক দোষ।
দেখি ধৰ্ম্ম নৃপতি কৰন্ত অসন্তোষ ॥
মাধৱে বোলন্ত দদা শুনা ধৰ্ম্মৰাজ।
নাজানাহা ধৰ্ম্ম কৰিবাহা কোন কাজ ॥ ২৭৮৯৪
প্ৰবৃত্তি অৰ্থত বেদে কহে হেন কাজ।
ৰাজা নমাৰিলে নহে অকণ্টকা ৰাজ ॥
পৰম অধৰ্ম্ম দুৰ্য্যোধন দুৰাচাৰ।
অধৰ্ম্ম প্ৰবৃত্তি বৰ অধৰ্ম্মৰ ভাৰ ॥ ২৭৮৯৫
লঙ্ঘিলেক পিতৃ মাতৃ গুৰুজন বাক।
মনে সদা শ্ৰেষ্ঠ মানিলেক আপোনাক ॥
পিতৃৰো এৰিয়া বাক্য গুৰু গৌৰৱৰ।
পিতামহ গুৰু বন্ধু মৰাইলা সবাক ॥ ২৭৮৯৬
আপোনাৰ কাৰ্য্যে মাৰয় সকলে জগত।
প্ৰাণৰ কাতৰে পলাই আছয় জলত ॥
ইহাক মাৰিলে অল্পমানো নাহি দোষ।
হেন জানি ৰাজা মাৰা এৰা অসন্তোষ ॥ ২৭৮৯৭
অন্যায় কৰিয়া হৰি জিনাইলা দেৱক।
কপটে দৈত্যক মাৰি ভুঞ্জাই ত্ৰিলোকক ॥
ছলে বলে শত্ৰুনাশ কৰিবাক লাগে।
নৃপতিৰ শত্ৰুশেষ থৈবাক নালাগে ॥ ২৭৮৯৮
যদি ধৰ্ম্মাচাৰী তুমি নকৰাহা ৰণ।
তপ কৰি পুনু ৰাজ্য লৈবে দুৰ্য্যোধন ॥
গুৰু বহু প্ৰাণী বহু জাতি কৈল হত।
তাৰ প্ৰায়শ্চিত্ত কিবা কৰিবা বণত ॥ ২৭৮৯৯

বনত ফুৰিবা দুখে শাক আলু খাই।
ৰাজা ভৈলে যজ্ঞ দানে এৰাইবাক পায় ॥
যেন এক নাৰী স্বামী সঙ্গে যাইবে চাই।
চিতা হন্তে আধা পোৰা হুয়া পলাই যায় ॥ ২৭৯০০
তাইক দেখে সৰ্ব্বজনে বোলে হৰি হৰি।
সেহিমতে হুয়া আৰে তুমি ক্ষমা কৰি ॥
কৃষ্ণৰ বচনে ধৰ্ম্মে সংশয় এৰিলা।
মহা ক্ৰোধে গৈয়া সৰোবৰক বেঢ়িলা ॥ ২৭৯০১
কুৰু নৃপতিৰ ঘোৰ কৰ্ম্মক সুমৰি।
মাতিবে লাগিলা যুধিষ্ঠিৰে কোপ কৰি ॥
শুনা শুনা মন্দ দুৰ্য্যোধন দুৰাচাৰ।
জলত পশিলি কেনে এৰি ৰাজ্যভাৰ ॥ ২৭৯০২
পঞ্চগ্ৰাম মাগিয়া পঠাইলো মাধৱক।
নেদো বুলি যুঁজিয়া মৰাইলি বান্ধৱক ॥
সূচী অগ্ৰে ভেদিবাক নেদিলাহা ভূমি।
এবে কেনে জল মাজে লুকাই আছ তুমি ॥ ২৭৯০৩
ধিক ধিক তোহোৰ জীৱন অকাৰণ।
বীৰ হুয়া এৰা কেনে প্ৰতিজ্ঞা বচন ॥
সবাকে মৰায়া জীৱ নিন্দিত জীৱনে।
দেশ দেশে শুনিয়া হাসিবে ৰাজাগণে ॥ ২৭৯০৪
নিৰ্ম্মল যশস্যা তোৰ পৌৰুষ খিয়াতি।
তাক কিয় এৰিলা বৰ্ব্বৰ দুষ্ট মতি ॥
দুৰ্য্যোধন বদতি শুনিয়ো যুধিষ্ঠিৰ।
অকাৰণে নিন্দস বীৰক হুয়া বীৰ ॥ ২৭৯০৫
ৰণত ভৈলোঁহো শ্ৰান্ত পৰাজিত বলে।
হয় হস্তী ৰথ নষ্ট হইল সকলে ॥
সেৱক বিনাই বিশ্ৰামত সুখ নাই।
সি কাৰণে জল মাজে আছোঁহো লুকাই ॥ ২৭৯০৬
যি বুলিলা বীৰ যশ ঢাকিলা ধৰণী।
কুৰুকুলে জাত দুৰ্য্যোধন অগ্ৰগণি ॥

বিখ্যাত পুৰুষ সত্যবাদী বীৰবৰ।
ইসব বচনে দদা কৰো নমস্কাৰ ॥ ২৭৯০৭
পৰসেৱা নকৰোঁ সুবোলোঁ চাটুবাক।
ভৃত্য হুয়া সেৱা মই কৰিবোহো কাক ॥
মহামানী দুৰ্য্যোধন জগতৰে ৰাজী।
পলাইবাক লাগি মোৰ নাহিকয় বাজী ॥ ২৭৯০৮
যুধিষ্ঠিৰ বোলে জানো তুমি মহামানী।
কুৰুক্ষেত্ৰ থানত নাহিকে তেৰে প্ৰাণী ॥
পুৰুষ মৰিল আছে যত সেৱকিনী।
বহু ৰাজকন্যা আছে তোমাৰ ঘৰণী ॥ ২৭৯০৯
বিশ্ৰামত লাগি জল নাপাইলাহা ঘৰে।
অৰণ্যক পশি প্ৰবেশিলা সৰোবৰে ॥
দুৰ্য্যোধনে বোলে আৰ আছে অভিপ্ৰায় ॥
ইকথাত মন্দ মোক নোবোলা ককাই ॥ ২৭৯১০
যি কালত ভাৰত যুদ্ধক আৰম্ভিলোঁ।
পুৰস্ত্ৰীৰ সেৱা মই তৈসানি এৰিলোঁ ॥
বিধবাৰ পুৰী ভৈল আমাৰ নগৰে।
ক্ৰন্দন শুনিয়া এথা আইলোঁ সৰোবৰে ॥ ২৭৯১১
একেশ্বৰ ভৈলোঁ ৰথ পদাতি বৰ্জ্জিত।
তুমি যুধিষ্ঠিৰ বহু যুথপে সহিত ॥
মাৰি সবে বীৰ ৰাজ্য পাইলাহা সকলে।
অৰণ্য জলত তপ কৰিবো অকলে ॥
হেন শুনি যুধিষ্ঠিৰ মাতে ক্ৰোধ কৰি।
শুনিয়ো ভাৰত ডাকি বোলা হৰি হৰি ॥ ২৭৯১২

দুলৰী

যুধিষ্ঠিৰ ৰায় কোপে কাম্পে কায়
বোলে শুনা দুৰ্য্যোধন।
লোকে হাসিবাৰ বাক্য দুৰাচাৰ
বোলস কিয় এখন ॥
আঙ্গুলেক ভূমি নেদো বুলি তুমি
প্ৰতিজ্ঞা কৰিলা বৰে।
কামোৰ ভেজাই শিলা ঢিলা পাই
তাক কি শিয়ালে এৰে ॥২৭৯১৩
মহা বৈৰী সঞ্চি নিজ ৰাজ্য বঞ্চি
কৰিলি যত অন্যায়।
গুণি চোৰা মনে খেদিবো আপুনে
পলাইলে আৰো নেৰাই ॥
শকুনি কৰ্ণৰ বুদ্ধি হত কৰি
ডাকি ৰাজ্য লৈলি মোৰ।
ময়ো খেলি পাশ গৈলোঁ বনবাস
দ্ৰৌপদী কি শত্ৰু তোৰ ॥২৭৯১৪

ঝুমুৰী

কেশত ধৰিয়া টানি। ৰাজসমাজক আনি ॥
শিৰে বলে লাঠি হানি। লেঙটাইলা বস্ত্ৰ খানি ॥
কদৰ্থিয়া আমাসাক। উৰুত বসাইলা তাক ॥
ঘৰক সাজিয়া লাৰ। আমাৰ চিন্তিয়া মাৰ ॥২৭৯১৫
তাতে থৈয়া দিলি জুই। ঘুমটিত আছোঁ শুই ॥
বান্ধিয়া পেলাইলি জলে। বিষক খুৱাইলি ছলে ॥
আন দুখ দিলি যত। সুৱৰি নপাওঁ অন্ত ॥
আজি তাৰ শুজো মান। কদৰ্থিয়া লৈবো প্ৰাণ ॥২৭৯১৬

যেন সর্পে ভয় পাই। গর্ত্ততে প্রবেশে যাই ॥
জাগ দিলি গাত খান্দি। যেন দুষ্টে মাৰি প্ৰাণী ॥
বিশেষত উপকাৰ। কৰো গুণ দুৰাচাৰ ॥
সবাহাৰে দ্রোহকাৰী। গুৰু ভাতৃ পুত্ৰে মাৰি ॥২৭৯১৭
মিত্ৰ বন্ধু কৰাই নাশ। আপুনি জীৱাক চাস ॥
সর্ব্ব কর্ম্ম ভৈল নাশ। নৰকত হুই বাস ॥
বিনা চমু ৰণ ঐত। তোৰ গতি আছে কৈত ॥
জানি ধর্ম্ম বাক্য সাৰ। ওলাই আসা কুলাঙ্গাৰ ॥২৭৯১৮
বোল্লে দুর্য্যোধন বীৰ। শুনা দদা যুধিষ্ঠিৰ ॥
যি বুলিলা ধর্ম্মবাক। কোনেনো কৰাবে তাক ॥
ভীষ্ম ভগদত্ত দ্রোণ। কর্ণসম হুইব কোন ॥
ইসবৰ মহা শোকে। পুৰিয়া মাৰয় মোকে ॥২৭৯১৯
আনো মিত্র জাতি কুল। সবে ভৈলা নিৰমূল ॥
বিধি মোৰ ভৈল বাম। থৈয়া যাইবে লাগে মান ॥
আছিল উদয় বিধি। ভুঞ্জিয়ো সকলে সিদ্ধি ॥
হস্তীনাপুৰৰ মাজ। জম্বু দ্বীপ হেন কাজ ॥ ২৭৯২০
পাশা খেলাই ৰাজ্য পাইলোঁ। তেড়য় বৎসৰ খাইলোঁ ॥
কৰিলোঁ সমস্তে ভোগ। যত পাওঁ দেৱযোগ ॥
অশাশ্বত মর্ত্ত্য লোক। সুখ দুখ ভয় শোক ॥
সবাৰে মৰিবে লাগে। কিন্তু আমি যাইবো আগে ॥২৭৯২১
শুনা শুনা বন্ধু নৰ। পদ মহা ভাৰতৰ ॥
ছাড়া ভাষ ভুষ কাম। ডাকি বোলা ৰাম ৰাম ॥২৭৯২২

ভীম দুৰ্য্যোধনৰ যুদ্ধ

পদ

সঞ্জয় বদতি শুনিয়োক কুৰুৰায়।
তযু পুত্রে কহি হেন শাস্ত্র অভিপ্রায় ॥
বোলে শুনিয়োক যুধিষ্ঠিৰ নৃপবৰ।
নাহি মোৰ সূত ৰথ সেনা ধনুর্দ্ধৰ ॥ ২৭৯২৩
যুদ্ধৰ সম্ভাৰ মোৰ সবে ভৈলা হত।
গদাগোট আছে মাত্র কেৱল হাতত ॥
অনিয়ম যুদ্ধ এৰি ধৰ্ম্ম কৰা সাৰ।
গদাযুদ্ধে ভাই আজি তোমাৰ আমাৰ ॥ ২৭৯২৪
কেশৱ সাত্যকি তোমাসাৰ পাণ্ডভাই।
একো একো ৰথী আজি মাৰিবো কোবাই ॥

আজি সভা পাতি চাই থাকোঁ কৌতূহলে।
দুৰ্য্যোধন ৰজাৰ দেখিয়ো বাহুবলে ॥ ২৭৯২৫
শুনি হাসি যুধিষ্ঠিৰে বুলিলা বচন।
আজি বৰ ধৰ্মিষ্ঠ ভৈলাহা দুৰ্য্যোধন ॥
অভিমন্যু পুত্ৰ মোৰ একেশ্বৰ পাই।
পশু হেন বেঢ়ি সবে মাৰিলি কোবাই ॥২৭৯২৬
তথাপি কৰিবো আজি নিয়ম সমৰ।
আপন ইচ্ছায়ে তই যাকে লাগে বৰ ॥
একক ভঙ্গাইলে ভঙ্গ হৈবেক আমাৰ।
পুনৰপি হস্তিনাত ভুঞ্জ ৰাজ্যভাৰ ॥ ২৭৯২৭
হেন শুনি কোপে হৰি মাতে অল্প কৰি।
কিনো ধৰ্ম্মনন্দন আজলা হৰি হৰি ॥
নজানিয়া সীমাবদ্ধ কৰা কিশলই।
নতু হাৰি আস পাশ শাক আলু খাই ॥২৭৯২৮
যদি দুৰ্য্যোধনে বোলে বৰিলো তোমাক।
গদাযুদ্ধে তুমি কি সমান হোবা তাক ॥
ধনঞ্জয় নকুল সাত্যকি সহদেৱ।
গদাযুদ্ধে তাৰ সম আন আছে কেৱ ॥ ২৭৯২৯
ভীমসেনে কিছু শিখি আছে মাত্ৰ গদা।
তুল্য পৰাক্ৰম বুলি কহিলন্ত দদা ॥
বনবাস দুখে কিন্তু ভীম ক্লেশ ভাৱ।
মহাভোগ ভুঞ্জি দুৰ্য্যোধন পুষ্টগাৱ ॥ ২৭৯৩০
সঞ্জয়ে বোলন্ত শুনা অম্বিকাতনয়।
পুনু দুৰ্য্যোধনে যুধিষ্ঠিৰক মাতয় ॥
শুনিয়োক দদা যুধিষ্ঠিৰ ধৰ্ম্মৰাজ।
অল্পবলী বীৰক যুঁজিবে মোৰ লাজ ॥ ২৭৯৩১
নকুল সহদেৱ পাঞ্চাল বলগণ।
গদাপাকে উৰাইবো যেন তৃণবন ॥
একেলগে গদা শিখি মাৰো ভীমে সমে।
দৃঢ়মুষ্টি প্ৰহাৰ মণ্ডল গদাক্ৰমে ॥ ২৭৯৩২
ভীমক যুজিবো আজি কৰি বাহুবল।
পাচে সংহাৰিবে পাণ্ডু পাঞ্চালৰ দল ॥
গদা যুদ্ধে পাণ্ডৱক মোৰ কোন ভয়।
যাৰ গদাযুদ্ধ দেখি দেৱৰো বিস্ময় ॥ ২৭৯৩৩
যুধিষ্ঠিৰে বোলে সাধু সাধু দুৰ্য্যোধন।
অক্ষৌহিণী সেনা একলে দিলি ৰণ ॥
তোৰ বীৰ যশস্যা থাকিবে মহীতলে।
ভীমে সমে বাহু যুদ্ধ কৰা বাহুবলে ॥ ২৭৯৩৪
অজাত শক্ৰৰ বাক্য শুনি সেহিকালে।
শাল যেন তৰুত পৰিল উৰুফালে ॥
সত্যযুদ্ধে যশ থৈবো মনে কৰি জপ।
ফল পাৰিবাক যেন উঠিলা কশ্যপ ॥ ২৭৯৩৫
হাজাৰ লোহাৰ গদা তুলি কৰি আগ।
জল হন্তে উঠি আছে যেন মত্ত নাগ ॥
চন্দ্ৰসম সুন্দৰ বিপুল ভুজভাৰ।
থানে থানে প্ৰকাশে বত্ৰিশ অলঙ্কাৰ ॥ ২৭৯৩৬
কৈলাস পৰ্ব্বত যেন জলে দুৰ্য্যোধন।
অলঙ্কাৰ সব যেন ৰত্ন মণিগণ ॥
গদা ধৰি আসে বীৰে অদ্ভুত বিক্ৰমে।
দেখি ৰাজাগণে বোলে পাইলা যমে ॥ ২৭৯৩৭
স্থিৰ হুয়ো বুলিয়া আশ্বাসে বীৰগণে।
তথাপি ভয়ত প্ৰজা প্ৰবেশয় বনে ॥
কথমপি থিয় ভৈল মহাৰথীগণ।
সবাৰো মাজত থিয় ভৈলা দুৰ্য্যোধন ॥ ২৭৯৩৮
কৰে গদা ধৰি বীৰে যিদিশক চায়।
তল মুণ্ড কৰি প্ৰজা পাচে গুচি যায় ॥
গদা ধৰি উৰ্দ্ধক জঙ্কাৰে দুই ভুজ।
চাহিবে নপাৰি যেন মধ্যাহ্নৰ সূৰ্য্য ॥ ২৭৯৩৯
মাধৱে বোলন্ত শুনা ৰাজা যুধিষ্ঠিৰ।
আৰ গদা ধৰি যুঁজিবেক কোন বীৰ ॥

একে ভীমসেন বিনে আন কোহা নাই।
যেহি দিকে চাবে প্ৰজা জাগিয়া পলায় ॥২৭৯৪০
কৰে গদা ধৰি ধাবে যেন দুই যম।
দানৱ মানৱ দেৱতাত কোনে সম ॥
মাধৱৰ বচনক ভীমসেনে শুনি।
পৰম উৎসাহে বাজ ভৈলন্ত আপুনি ॥ ২৭৯৪১
নকৰিবা ভয় প্ৰভু জগত নিবাস।
কৌৰৱৰ অন্তক আছোঁহো তযু দাস ॥
যাৰ কটাক্ষতে নষ্ট হোৱে চৰাচৰ।
আপুনি সহায় যাৰ হেন গদাধৰ ॥ ২৭৯৪২
আজি মোৰ বীৰত্ব দেখিয়ো বাসুদেৱ।
মাৰো দুৰ্য্যোধনক ৰাখন্তা নাহি কেৱ ॥
হেৰা আসি ভৈঁলো দেখা গদাক* উধাই।
ভীমৰ সমৰে যশ কহে ঠাই ঠাই ॥ ২৭৯৪৩
ধনুৰ্দ্ধৰ ধনঞ্জয় গদাধৰ ভীম।
বধিলোঁহো খটাসুৰ ৰাক্ষস হিড়িম্ব ॥
বক কিচকক বধিলোঁহো জৰাসন্ধ।
আজি দুৰ্য্যোধনৰ কৰোহোঁ সীমাবন্ধ ॥ ২৭৯৪৪
এহি বুলি গদা ধৰি ভীম মহাবল।
থিয় ভৈলা গদা ধৰি যেন হিমাচল ॥
হেন দেখি জয় জয় কৰে সৰ্ব্বজন।
সাধু সাধু বুলি প্ৰশংসিলা ৰাজাগণ ॥ ২৭৯৪৫
ধন্য ভীমসেন বীৰ বংশৰ উদ্ধাৰ।
সাধিয়া দিয়োক জ্যেষ্ঠ্য ভাইৰ ৰাজ্যভাৰ ॥
জৰাসন্ধ সম বীৰ আছে কোন ঠাই।
বক নামে দানৱ মানুষ অন্ত নাই ॥ ২৭৯৪৬
সুধা হাতে কিচকৰ চিন্তিলাহা মাৰ।
উদ্ধাৰি দিয়োক জ্যেষ্ঠ ভাইৰ ৰাজ্যভাৰ ॥
এহি বুলি মাধৱে অনেক প্ৰশংসিলা।
মহাৰথীগণে ভীমবাহুক পূজিলা ॥ ২৭৯৪৭

অগৰু চন্দন মালা দিলন্ত ব্ৰাহ্মণে।
উকলি জোকাৰ জয় দিলা কন্যাগণে ॥
যুধিষ্ঠিৰ প্ৰভৃতি আছন্ত যত ৰাজা।
প্ৰশংসা বচনে কৰিলন্ত বহু পূজা ॥ ২৭৯৪৮
সবাৰো সম্মত লৈয়া আশীৰ্ব্বাদ জল।
অষ্টগুণে প্ৰাণ দশগুণে তেজবল ॥
চাহিতে নাপাৰি প্ৰকাশয় বৃকোদৰ।
পূৰ্ণিমাক লাগি যেন বাঢ়ে শশধৰ ॥ ২৭৯৪৯
যেন দধীচিৰ তেজে বজ্ৰ কৰি সাৰ।
বৃত্ৰাসুৰ বধক ধাইলন্ত পুৰন্দৰ ॥
গৰ্জ্জিবে লাগিলা বীৰে বিক্ৰম বচন।
শুনা ভাৰতৰ পদ সভাসদগণ ॥ ২৭৯৫০
পৃথিৱী উপৰে তীৰ্থ আছে যতমানে।
সবাহাৰে ফল পাৱে পুষ্কৰত স্নানে ॥
ভাৰত শ্ৰৱণে ফল পাৱে ততোধিক।
দুষ্কৰ পুষ্কৰ স্নান কৰি মৰে কিক ॥ ২৭৯৫১
হেন জানি সাৱধানে শুনা সবে নৰ।
গদাপৰ্ব্ব হৰিকথা পদ ভাৰতৰ ॥
কবিৰাজ মিশ্ৰে কহে সংক্ষেপ কৰিয়া।
ৰাম ৰাম বুলি যোৱা সংসাৰ তৰিয়া ॥ ২৭৯৫২

ঝুনা

মহা ক্ৰোধে বোলে ভীমে বচন।
শুনৰে কুলাঙ্গাৰ দুৰ্য্যোধন ॥
কুলক নাশি হোৱা একেশ্বৰ।
কিসক পশিলি পানী ভিতৰ ॥ ২৭৯৫৩
সৰ্ব্বকালে সিয়ো আমাৰ বৈৰী।
কিমতে ক্ষেমিবো তাক সুমৰি ॥
জোগৃহ দাহে বিষ খুৱাইলি।
ৰজস্বলা কালে ধৰি পাঞ্চালী ॥ ২৭৯৫৪

বস্ত্র লৈ কাঢ়ি বসাইলি কোলে।
আজি তাৰ মান সাধো সাধো সকলে ॥
দুৰ্য্যোধনে বোলে শুনতো বুঢ়া।
অকাৰণে কিসক গৰ্ব্ব কৰা ॥ ২৭৯৫৫
আজিৰ যুদ্ধে যদি ৰহে প্ৰাণ।
কৰিবি পাচে হেন অভিমান ॥
অন্যায়ে যদি নসাধয় জয়।
ন্যায় যুদ্ধে কৰো তোৰ প্ৰলয় ॥ ২৭৯৫৬
এহি বুলি দুৰ্য্যোধন গৈলেক ধাই।
আছে ৰাজা প্ৰজা অনেক চাই ॥
যুধিষ্ঠিৰ প্ৰমুখে আছা আৱৰি।
শুনিয়ো ভাৰত ঘোষিয়া হৰি ॥ ২৭৯৫৭

বলৰামৰ উপদেশ

পদ

সঞ্জয় বদতি শুনিয়োক অনুপাম।
সেহিবেলা তথাতে প্ৰবেশে হলিৰাম ॥
চন্দ্ৰ যেন প্ৰকাশন্ত মুখে অল্প হাসি।
পৰম ঈশ্বৰ ৰাম মহা তীৰ্থবাসী ॥ ২৭৯৫৮
যুধিষ্ঠিৰ আদি ৰাজা মহাবীৰগণ।
প্ৰণাম কৰিলা বলভদ্ৰৰ চৰণ ॥
কিসক আসিলা প্ৰভু কৰোঁ কোন কাজ।
বলভদ্ৰে বোলে কথা শুনা ধৰ্ম্মৰাজ ॥ ২৭৯৫৯
কুৰু পাণ্ডৱে শুনি যুদ্ধৰ কাহিনী।
মিত্ৰত বিৰোধ কৈলা মনে হেন মানি ॥
পুত্ৰত অধিক শিষ্য কুৰু পাণ্ডুগণ।
কাৰো ভিতি-হুয়া কাকো নকৰিবো ৰণ ॥২৭৯৬০
এহিমতে শুনি মই মহা দুখ কৰি।
পুষ্য নক্ষত্ৰত আইলোঁ গৃহ পৰিহৰি ॥
প্ৰথমতে স্বৰ্গহস্তে গঙ্গা নৈত নামে।
তত চলি গৈলোঁ তীৰ্থ কৰিবাক কামে ॥ ২৭৯৬১

কৌশিক যে সৰযূ প্ৰয়াগ গোদাবৰী।
কাশী বিন্দু সৰোবৰ প্ৰতীচী কাবেৰী ॥
শৰায়ু সুৰভী পুষ্প বিশাল গোমতী।
গণ্ডকিনী বৃন্দা গয়া গঙ্গা ভোগৱতী ॥ ২৭৯৬২
পয়স্বিনী তাম্ৰপৰ্ণী যমুনা নৰ্ম্মদা।
ব্ৰহ্মপুত্ৰ সোণকুণী কমলা কামদা ॥
বাৰাণসী গোদাবৰী পুষ্পৰেণুমতী।
সবাতো স্নানিয়া আসি পাইলো সৰস্বতী ॥২৭৯৬৩
পৰম প্ৰভাৱ যাৰ মহা পাপ হৰ।
ব্ৰহ্মশাপ এৰাইলা যাহাত নিশাকৰ ॥
এহি কথা শুনিয়া পুছন্ত জন্মিজয়।
কিমতে এৰাইলা পাপ কহিয়ো নিৰ্ণয় ॥ ২৭৯৬৪
বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয়।
সতাইশ দুহিতা পাইলা দক্ষ মহাশয় ॥
চন্দ্ৰক দিলন্ত বিহা সমস্ত সুন্দৰী।
ৰোহিণীৰ ৰূপ শ্ৰেষ্ঠ সমস্ততে কৰি ॥ ২৭৯৬৫
নয়নে নিন্দয় তান কমলৰ পাহি।
পূৰ্ণচন্দ্ৰ মণ্ডল নিন্দয় তান হাঁহি ॥
নাসা তিল সম দান্ত মুকুতাৰ পান্তি।
কৰ্ণত কুণ্ডল শোভে হিয়ে হাৰ কান্তি ॥ ২৭৯৬৬
বহল হৃদয় তাল ফল স্তনভাৰ।
মধ্য ক্ষীণ দেহা দেখি ডম্বৰু আকাৰ ॥
মোলানৰ বাহু পাৱ উৰু কৰি-কৰ।
সুদীৰ্ঘ আঙ্গুলি নখ চন্দ্ৰ সমসৰ ॥ ২৭৯৬৭
চৰণ কমল গতি হংস যেন যায়।
প্ৰতি খোজে তেজ ফুটি পৰিল ধৰায় ॥
ভুৰুযুগ দেখিয়া কটাক্ষ ৰঙ্গমনে।
আপুনাৰ শৰচাপ থাপিল মদনে ॥ ২৭৯৬৮
নয়ন পুতলি কায় দেখি কাম জ্বলে।
আলিঙ্গি কোলাত লৈবো হেন মনে বলে ॥

যেহি অঙ্গে দৃষ্টি পৰে থাকে তাকে চাই।
মহা মুনিগণ যাক দেখি মোহ যায় ॥ ২৭৯৬৯
সবে কন্যামধ্যে তাঙ্ক দেখিয়া সুন্দৰ।
মোহ গৈয়া সম্বোধি মাতন্ত শশধৰ ॥
অপ্রয়াসে প্রাণেশ্বৰী কৰা আলিঙ্গন।
কোলাত বসিয়া কৰা বদন চুম্বন ॥ ২৭৯৭০
তোৰ মুখ দেখি মোক পাৰে ৰতিকান্ত।
স্তনযুগ মধ্যে গাঞ্চি মোক কৰ শান্ত ॥
হেন শুনি ৰোহিণী কটাক্ষে হাস্য কৰি।
মৃণাল সমান দুই বাহু মেলি ধৰি ॥ ২৭৯৭১
চন্দ্রে ধৰি বাহুমেলি স্তন মঠি হিয়ে।
গাঢ় আলিঙ্গনে মুখে মুখে চুম্ব দিয়ে ॥
দশনে অধৰ পীড়ি মধু পিয়ে বসি।
চক্ষু মুদি থাকে বসি হৃদয়ে সন্তোষি ॥ ২৭৯৭২
ক্ষণে হৃদি নিলগত স্তন মৰ্দ্দি কৰে।
ডুনাই মুখ চায়া কতো আকোৰালি ধৰে ॥
কৰ্পূৰ তাম্বুল সঞ্চৰিল মুখে মুখে।
মহা মন সন্তোষি থাকন্ত কাম সুখে ॥ ২৭৯৭৩
চন্দ্র কাম সুন্দৰী কমল ভৃঙ্গ বলে।
আকোৰালি মুখ চায়া থাকৈ কুতূহলে ॥
লাজ এৰি চন্দ্রে সুখে চুম্বয় বদন।
ৰাতুল পিন্ধিয়া বালা কামে মোহে মন ॥ ২৭৯৭৪
কুসুম শয়ন জোৰা কৰি দুয়োজন।
ঘৰ্ম্মজল বাজ হৈয়া তিতিল বসন ॥
হোৰা অবসানে শশী স্বামীক সুন্দৰী।
বিচিত্র আসনে ঘৰ্ম্মজলে বাজ কৰি ॥ ২৭৯৭৫
অমৃত ভোজনে বঢ়াইলন্ত গাৰে বল।
সুগন্ধ শীতল দেহে কৰিল নিৰ্ম্মল ॥
এহিমতে হৰিল মনৰ অধিপতি।
ৰোহিণীত ৰৈলা এৰি সমস্তে যুবতী ॥ ২৭৯৭৬

হেন দেখি দক্ষৰ মনত মহাতাপ।
ক্ষয়ৰোগ হৌক বুলি দক্ষে দিলা শাপ ॥
এহি ব্রহ্মশাপে ক্ষয় ভৈল নিশাকৰ।
হেনদেখি মনত অসুখ ত্রিদশৰ ॥ ২৭৯৭৭
স্বৰ্গ হন্তে গৈয়া অতি দক্ষক পূজিলা।
তাসম্বাক চায়া দক্ষে বচন বুলিলা ॥
আপুনাৰ পাপে হেন চন্দ্রৰ বিলাই।
দুখ দিলে পৰক আপুনি দুখ পায় ॥ ২৭৯৭৮
সবে জীক এৰিলেক এক্কনীক পাই।
তাতেহে দিলোহোঁ শাপ হেন সে বিলাই ॥
সবে জীক দিলোহোঁ সুন্দৰ দেখি আগে।
সবাহানে স্বামী ভোগ কৰিবাক লাগে ॥ ২৭৯৭৯
দুখ দিলে পৰক আপুনি দুখ পায়।
পূৰ্ব্বৰ বচন এৰিবাক নুযুৰাই ॥
তোমাসাকে চান্তে তভো কিছো কৰো ভাল।
সবে কন্যা মানে সে কৰোক প্রতিপাল ॥ ২৭৯৮০
পঞ্চদশ দিনে কলাক্ষয় বৃদ্ধি হৌক।
দুয়োবাক্য সত্য হৌক জগতে দেখোক ॥
সৰস্বতী স্নানিলে গুচোক ক্লেশ বিষ।
শুনিয়া চন্দ্রৰ ভৈল পৰম হৰিষ ॥ ২৭৯৮১
সৰস্বতী স্নানি ভৈল নিৰ্ম্মল আভাস।
সেহি দিনা হন্তে নাম ভৈলন্ত প্রভাস ॥
যত মহাতাপমানে বতাসত উৰে।
বিধিমতে স্নানিলে মুকুতি পাৰে নৰে ॥ ২৭৯৮২
মাধৱৰ প্রিয় যোগমাতা বাগেশ্বৰী।
জগত তাৰিতে মহাতীৰ্থ ৰূপ ধৰি ॥
মাঘৰ পূৰ্ণিমা দিনা যাই জলপানে।
ব্রত বিধি অনুসৰি সৰ্ব্বশাস্ত্র জানে ॥ ২৭৯৮৩
হেন সৰস্বতী পুণ্যৱতী যে পুষ্কৰ।
বিলক্ষণ লক্ষণ গন্ধৰ্ব্ব তীৰ্থ সৰ ॥

সৰস্বতী তীৰ্থে মুখ্যে ইসব কৰিলোঁ।
বলভদ্ৰ তীৰ্থস্নান সঙ্খেপি কহিলোঁ ॥ ২৭৯৮৪
বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয়।
ইসব বৃত্তান্ত কথা কহন্ত সঞ্জয় ॥
শুনি ধৃতৰাষ্ট্ৰ ৰাজা পুনু পুচে কাৰ্য্য।
কহিলন্ত কাৰ্য্য শুনিলন্ত ধৰ্ম্মৰাজ ॥ ২৭৯৮৫
পাচে ৰামে যাক যেন বুলিলন্ত বাণী।
ভীম দুৰ্য্যোধনে কয়ো যুদ্ধৰ কাহিনী ॥
সঞ্জয় বদতি ৰামে কহি হেন কাজ।
সম্মুখি বোলন্ত শুনিয়োক ধৰ্ম্মৰাজ ॥ ২৭৯৮৬
সৰস্বতী বিধিমতে স্নান দান কৰি।
মৈত্ৰৰ আশ্ৰমে গৈলা মন্যু পৰিহৰি ॥
ভাৰত পয়াৰ শুনা সভাসদগণ।
জলৰ বুদ্‌বুদ্‌ যেন অস্থিৰ জীৱন ॥
কবিচন্দ্ৰ বোলে যদি হিত কথা চাৱা।
ৰাম ৰাম বোলা তেবে বৈকুণ্ঠক পাৱা ॥ ২৭৯৮৭

—o—

**লেছাৰি**

বলভদ্ৰদেৱ নিগদতি যুধিষ্ঠিৰ শুনা মহামতি
মৈত্ৰৰ আশ্ৰমে নাৰদক লাগ পাই।
নমস্কাৰ কৰি চৰণত কুৰুপাণ্ডৱৰ কথা যত
যুদ্ধৰ কাহিনী পুছিলহোঁ তাঙ্গ চাই ॥
নাৰদে কহিলা কথা যত ভীষ্ম দ্ৰোণ কৰ্ণ শল্য কত
ভুৰিশ্ৰবা ভগদত্ত জয়দ্ৰথ হত।
সেনা অষ্টাদশ অক্ষৌহিণী সবাকো মাৰিয়া ৰণে জিনি
কুৰু নৃপতিৰ ভাই হত উনশত ॥২৭৯৮৮
শোকে দুখে কুৰু নৃপবৰ গৈলা দ্বৈপায়ন সৰোবৰ
নিন্দাবাণী তাঙ্ক মাতিলন্ত যুধিষ্ঠিৰে।
দুৰ্য্যোধন ৰাজা মহামানী সি কি সহিবেক নিন্দাবাণী
ঘোৰ গদাধৰি সমৰ কৰিলা বীৰে ॥
গদাযুদ্ধে ভীম দুৰ্য্যোধনে বেঢ়ি আছে ৰাজা প্ৰজাগণে
শিষ্যৰ সমৰ চাহিয়োক বলৰাম।
নাৰদৰ বাক্য শিৰে ধৰি বিপ্ৰসব নমস্কাৰ কৰি
আসিলো শিষ্যৰ যুদ্ধ চাহিবাৰ কাম ॥২৭৯৮৯
শুনি যুধিষ্ঠিৰ আদি ৰাজা পাণ্ডৱ পাঞ্চাল আদি প্ৰজা
বলভদ্ৰ পাৱে প্ৰণাম কৰিলা বেঢ়ি।
যত আছে মহাৰথীগণ ভীমসেন ৰাজা দুৰ্য্যোধন
ৰামৰ চৰণে প্ৰণামিলা ৰণ এৰি ॥
মহাৰথীগণে বলৰাম কৈয়ো দুইহন্তৰ গুণ নাম
কেনে কেনে বীৰ কাৰ হইব ভঙ্গ জয়।

ৰামে বোলে দুয়ো একে সম শিক্ষাধিক একে পৰাক্ৰম
নিয়ম যুদ্ধত দুয়ো ভঙ্গ নাহিকয় ॥ ২৭৯৯০
জানি যুধিষ্ঠিৰ শুনা বাক স্যমন্ত পঞ্চক বোলে যাক
তাঙ্ক লাগি চলা দুয়ো যুদ্ধ কৰিবাক।
তথা দেহা এৰি দুয়ো জনে সপ্ত স্বৰ্গ পাৱে সেহিক্ষণে
মহা ঋষিগণে ক'হিছন্ত মোত আক ॥
বলোৰ বচন শিৰে ধৰি উঠিলন্ত দুয়ো শীঘ্ৰ কৰি
স্যমন্ত পঞ্চকে পাতিলা গৈয়া সমাজ।
শুনিয়োক সভাসদগণ ৰাম ৰাম বোলা ঘনে ঘন
ভাৰত কাহিনী কহে মিশ্ৰ কবিৰাজ ॥ ২৭৯৯১

---

দুৰ্য্যোধনৰ উৰুভঙ্গ

পদ

সঞ্জয় বদতি ধৃতৰাষ্ট্ৰ মহাৰায়।
স্যমন্ত পঞ্চক যুধিষ্ঠিৰ পাইলা যায় ॥
অসংখ্যাত প্ৰজা ৰাজা যায় চতুঃ পাশে।
তাহাৰ মাজত দুৰ্য্যোধন ৰাজা আছে ॥ ২৭৯৯২
নাহি ভয় ভীত যেন মত্তগজ প্ৰায়।
কৈলাশ পৰ্ব্বত যেন গদাক উধায় ॥
স্যমন্ত পঞ্চক গৈয়া পাইলা সোম ৰাজ।
তথাতে পাতিলা গৈয়া বহল সমাজ ॥ ২৭৯৯৩
দক্ষিণ দিশত সৰস্বতী নদী তীৰে।
সমাজ পাতিলা গৈয়া সেনাবৰ বীৰে ॥
দুৰ্যে্যাধন মাতে ভীমসেন আইল বুলি।
ভীম ধাই গৈলা উপৰক গদা তুলি ॥ ২৭৯৯৪
তেজন্ত আটাস যেন দুয়ো মত্ত সিংহ।
প্ৰহাৰয় গদা ঘনে ঘনে পাৰে ৰিং ॥
গদাৰ মণ্ডল কৰে ভীমে দুৰ্যে্যাধনে।
চতুঃপাৰ্শ্বে বেঢ়ি আছে ৰাজা প্ৰজাগণে ॥ ২৭৯৯৫
জয় ভীমসেন বুলি চৌপাশে আৰৱে।
ধনুত টঙ্কাৰি আৰণত চাটি মাৰে ॥
শত্ৰু সেনা মাজে দুৰ্যে্যাধন একেশ্বৰ।
ইন্দ্ৰে বৃত্ৰাসুৰে যেন বলি বাসৱৰ ॥ ২৭৯৯৬
ৰাম-ৰাম্ণায়ে যেন বালি-সুগ্ৰীৱৰ।
ভীমে দুৰ্যে্যাধনে যুদ্ধ সেহি পটন্তৰ ॥
ভীমে বোলে দুৰ্যে্যাধন শুনা দুৰাচাৰ।
অকাৰণে ৰাজ্য সবে লৈলিহি আমাৰ ॥ ২৭৯৯৭
কুলক্ষয়কাৰী কুলাঙ্গাৰী ধূমকেতু।
কুৰু পিতামহ মৰি গৈলা তোৰ হেতু ॥
তাসম্বাৰ সদবুদ্ধি নধৰিলি তই।
তোৰ যমকাল ভৈল শকুনি মমাই ॥ ২৭৯৯৮
নীতিক এৰিয়া বাক্য গুৰু গৌৰবৰ।
শত্ৰুৰ মধ্যত আৰে পশু হেন পৰ ॥
অবৈৰ কৌৰৱ মাৰি ভুঞ্জ তাৰ ফল।
আজি ৰাজ্য ভাৰ এৰি যম ঘৰে চল ॥ ২৭৯৯৯
দুৰ্যে্যাধন বোলে বুঢ়া শুনতো অৰ্জ্জুন।
সমুখ সমৰে লোক নিন্দ অকাৰণ ॥
ৰাজ্যৰ নিমিত্তে যুদ্ধ ক্ষেত্ৰিয় জাতিৰ।
নিদাৰুণ কৰ্ম ইটো নিৰ্মাণ বিধিৰ ॥ ২৮০০০
তাক নিন্দা বিকৰ্থনা কৰে যিবা নৰে।
অকাৰণে লপে যিটো বুলিয়া বৰ্বৰে ॥

বজ্ৰসম জটায়ু সম্পাতি বলিৰায় ।
দেবাসুৰে কৰে যুদ্ধ ৰাজ্যক আশায় ॥ ২৮০০১
ক্ষত্ৰিয় জাতিৰ ধৰ্ম-বিদিত বেদৰ ।
তাক নামানিয়া কেনে লপস বৰ্ব্বৰ ॥
জয়তি পাণ্ডৱ পাঞ্চ ভাইৰ একে তিৰী ।
ৰাক্ষস পতিত তই পাতকৰ গিৰী ॥ ২৮০০২
যদি তই পাৰ কৰ সমুখ সমৰ ।
আগে খৰ্ব বোলা পাচে কৰা সতকাৰ ॥
তাক নিন্দা বিকৰ্থনা কৰৈ সবে নৰ ।
অকাৰণে লপে যিটো বুলিয়া ইতৰ ॥ ২৮০০৩
বজ্ৰসম গদাধৰি আছো তোক চাই ।
তই হেন বীৰ বীৰসতে কতো নাই ॥
যদি বল আছে গাৱে কৰহ বিক্ৰম ।
নুহি অকাৰণে কিয় লপ কুলাধম ॥ ২৮০০৪
নোহো বক কীচক হিড়ম্ব জৰাসন্ধ ॥
মই দুৰ্য্যোধন ৰাজা পাৰো তোৰ কন্ধ ॥
কৌৰৱ ৰাজাৰ হেন শুনিয়া বচন ।
উচিত জানিয়া প্ৰশংসিলা ৰাজাগণ ॥ ২৮০০৫
পাচে দুয়ো বীৰে গদা তুলি একেবাৰে ।
দুয়ো মহাক্ৰোধে দুইৰো গাৱত প্ৰহাৰে ॥
দুইকো দুই গদা প্ৰহাৰয় ঠাট্ কৰে ।
গদাক পাতিয়া দুয়ো দুইৰো কোব ধৰে ॥ ২৮০০৬
অগনি বজাৱে গদা পৰিয়া গদাত ।
বজ্ৰৰ উপৰে যেন পৰে বজ্ৰপাত ॥
দুয়ো দুই গদাক ফুৰাৱে চক্ৰাকাৰে ।
ছিদ্ৰ পাইলে দুয়ো দুই হাতে কোব ধৰে ॥২৮০০৭
পৃথিৱী উপৰে হেন বীৰ নাহি আৰ ।
কুৰু নৃপতিৰ মাৰ সহিবে গদাৰ ॥
ভীম ব্যতিৰেকে পৃথিৱীত বীৰ নাই ।
যাৰ গাৱে পৰে গদা অগনি বাজয় ॥ ২৮০০৮
জৰাসন্ধ শল্য দুৰ্য্যোধন বিনে আৰ ।
কোনে সহিবাক পাৰে ভীমৰ প্ৰহাৰ ॥
চৌষষ্টি চাৰণ সমে ৰথ আকাশত ।
ফুৰিবে লাগিছে যাৰ গদাৰ পাকত ॥ ২৮০০৯
ভীমৰ গদাৰ পাকে লাগিয়া বতাস ।
চতুপাৰ্শ্বে প্ৰজাগণে নপাৰে উস্বাহ ॥
গদাৰ প্ৰহাৰে যদি ভীম হোৱে চাৰ ।
চতুদিকে প্ৰজাগণে কৰয় ফোঁকাৰ ॥ ২৮০১০
যদি দুৰ্য্যোধন ৰাজা বলে শ্ৰমে চাৰ ।
তাক দেখি প্ৰজাগণে কৰে হাহাকাৰ ॥
কৌৰৱৰ ভিতি পাণ্ডৱক যুদ্ধ কৰি ।
যিটো ৰাজা ভাবে পাণ্ডৱক আছে বৰি ॥২৮০১১
কৌৰৱৰ শ্ৰম দেখি নিশ্বাস ফোঁকাৰে ।
বোলে জানো বুঢ়া ভীমসেনে যুদ্ধ হাৰে ॥
আকাশত গদাযুদ্ধ চাৱে দেৱগণে ।
ধন্য বীৰ শিৰোমণি ভীম দুৰ্য্যোধন ॥ ২৮০১২
জয় পৰাজয় যাৰ বশ হৈয়া ৰৈলা ।
যাৰ সম গদা যুদ্ধ পিচত নৰৈলা ॥
সেহি বেলা ভীমসেন বায়ুৰ কুমাৰ ।
শুনিলা প্ৰশংসা বাণী দেৱ মনুষ্যৰ ॥২৮০১৩
মণ্ডলত ছিদ্ৰ পাই গদাক উধাই ।
যেন ফেটিগোমে লাঙ্গুলত কোব পাই ॥
মণ্ডলত ছিদ্ৰ পাই গদা তুলি ধৰি ।
দুৰ্য্যোধন মুণ্ডত মাৰিলা ঠাট কৰি ॥ ২৮০১৪
অগনি শোণিত কণা দুয়ো ভৈলা বাজ ।
তমোময় দেখি কাম্পি গৈলা কুৰুৰাজ ॥
বামহাতে ভূমি ধৰি পুনশ্চ উঠিল ।
পাণ্ডৱগণত বৰ বোল উথলিল ॥ ২৮০১৫
পৰিল বুলিয়া বৰ দিলেক জোকাৰ ।
চাপৰি বজায়া নাচিলেক বাৰম্বাৰ ॥

আগ বাঢ়ি আসনত চাটি মাৰে উঠি।
ধনুক আজুৰি ঝঙ্কাৰয় দৃঢ় মুঠি ॥ ২৮০১৬
জিনিলো বুলিয়া কতো দিয়ে কৰতালি।
চাপৰি চাপৰি নাচে কতো হালি হালি ॥
ঢাক ঢোল তাল খোল বজাৱয় ৰঙ্গে।
জিনিলো বুলিয়া আৰ নাচে অঙ্গে ভঙ্গে ॥২৮০১৭
মুহূৰ্ত্তেক মানে বীৰে স্তম্ভি আছে চাই।
পুনুঃ উঠি গৈলা গদা উৰ্দ্ধক উছাই ॥
শুনা সভাসদ পদ মহাভাৰতৰ।
গদা পৰ্ব্ব হৰিকথা জয় পাণ্ডৱৰ ॥ ২৮০১৮
সংক্ষেপ কৰিয়া মই কৰো নিবন্ধন।
শুনিয়োক কহো সংক্ষেপিয়াৰ কাৰণ ॥
ভাৰত পুৰাণ কথা বহল বিস্তৰ।
কলিৰ শেষত হৈবে অল্পমতি নৰ ॥ ২৮০১৯
শুনিবে আজৰি নাই ভাগৱত গীতা।
ৰোগাবিষ্ট দেহা তাতে বিষয়ৰ চিন্তা ॥
তাতেসে সংক্ষেপি কৈলো কথাৰ প্ৰসঙ্গ।
আউৰ বেলা নপাৱে শুনিবে আছে ৰঙ্গ ॥২৮০২০
অষ্টাদশ পুৰাণ ভাৰত শাস্ত্ৰ মত।
বহুকাল পঢ়ি শুনি জানে আৰ তত্ব ॥
শুনা ভাৰতৰ সাৰ কহো তত্ব মৰ্ম্ম।
যদি প্ৰাণ যায় তবু নেৰিবাহা ধৰ্ম্ম ॥ ২৮০২১
ধৰ্ম্ম সদা নেৰে যিটো তাৰে বশ্য হৰি।
ধৰ্ম্মিষ্ঠক ৰাখে কৃষ্ণে অধৰ্ম্মীক মাৰি ॥
অন্যায়ে ৰাখন্ত হৰি নিজ ভকতক।
ভকত বৎসল জানিবাহা মাধৱক ॥
কহে কবিৰাজ মিশ্ৰে মাধৱৰ যশ।
বোলা ৰাম ৰাম পাপ হৌক সৰ্ব্বনাশ ॥ ২৮০২২

---

ছন্দ

পাচে দুৰ্য্যোধন ভীমসেন।
চক্ৰাকাৰে ফুৰে শেন যেন ॥
দুইকো দুই হানে ছল চাই।
গদায়ে গদাক অন্তৰায় ॥ ২৮০২৩
দুনাই যায় দূৰক অন্তৰি।
বেগে আসি হানে গদা ধৰি ॥
ভঙ্গ ভাৱে দেখাৱে প্ৰকট।
যেন নাচি ফুৰে দুই নট ॥ ২৮০২৪
ভাগি ভাগি লাগৱে সমৰ।
গদাক ফুৰাৱে খৰতৰ ॥
দুইকো দুই হানে ছিদ্ৰ চাই।
দুইৰো শোণিত বহি যায় ॥ ২৮০২৫
তবু দুইৰো নাহি ভ্ৰূভঙ্গ।
বজ্ৰৰ সমান দুইৰো অঙ্গ ॥
পাচে ছিদ্ৰ পায়া কুৰু ৰায়।
হানিলা ভীমক কুক্ষি পাই ॥ ২৮০২৬
কৌৰৱৰ চোট গুৰুতৰ।
সহি ৰৈল যেন গিৰিবৰ ॥
হেন দেখি ৰাজা প্ৰজাগণে।
ভীমক প্ৰশংসে সেহি থানে ॥ ২৮০২৭
ভীমে গদা হানি তেতিক্ষণে।
গদা পাতি ৰৈলা দুৰ্য্যোধনে ॥
অগনি জ্বলিল ঠৈকা লাগি।
দেখি প্ৰজা পলাই গৈলা ভাগি ॥ ২৮০২৮
ক্ষণে দুয়ো ফুৰে যেন ভুঞ্জ।
যেহেন নিচিনে হেন সূৰ্য্য ॥
দুইকো দুই তাৰিলা অপাৰ।
গুৰুতৰ গদাৰ প্ৰহাৰ ॥ ২৮০২৯

থিৰ তৰ ভৈলা দুয়ো এৰি ৰণ।
দুইকো দুই গদায় গৰ্জ্জন ॥
দুয়ো বীৰ মধ্যে অনুপম।
সভাসদে বোলা ৰাম ৰাম ॥ ২৮০৩০

পদ

সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ।
দুইৰো যুদ্ধ চাহে সিদ্ধ মুনি নিৰন্তৰ ॥
বিস্ময়ে কহন্ত কথা অন্যে অন্যো চাই।
কিনো অদভুত যুদ্ধ ভঙ্গজয় নাই ॥ ২৮০৩১
কেহো বোলে আজি এক হৈব অথন্তৰ।
একেবাৰে দুয়ো মৰি যাবে যমঘৰ ॥
ধূলি ধূসৰিত যত তেজ পঙ্কাকাৰ।
বসন্ত কালৰ যেন ফুলিল মন্দাৰ ॥ ২৮০৩২
সীমা সংখ্যা পৰাক্ৰম নাই ভুৰভঙ্গ।
এহিমতে কথা কৰে সবে চাৱে ৰঙ্গ ॥
ক্ষণে আগ বাঢ়ি ধৰে ভাৱ ভঙ্গি কৰি।
পুনৰপি দুয়ো চলি যায় পাচ ভৰি ॥ ২৮০৩৩
আগবাঢ়ি পাচ গুচি দুয়ো ছিদ্ৰ পাই।
মৃত্যুসীমা কৰি চণ্ড কৰে দুয়ো ভাই ॥
ভীমৰ কুষিত কৰ দিলেক বসাই।
তমোময় দেখি ভীম তবধ পৰায় ॥ ২৮০৩৪
গদাৰ প্ৰহাৰে ভৈল ব্যথিত শৰীৰ।
ধৰফৰ কৰি ভীম পুনু ভৈলা থিৰ ॥
পূৰ্ব্বৰতে শান্তবৰ থিৰ নোহে পাৱ।
ভ্ৰমন্তে ব্যথিত হুয়া নপৰয় পাৱ ॥ ২৮০৩৫
পাচে একগোটা ভীমে কৰিলা প্ৰহাৰ।
গদা পাতি লৈলা দুৰ্য্যোধন অনিৰ্ব্বাৰ ॥
ঠাটকাৰ শবদে অগনি ভৈলা বাজ।
তাক ভয়ে পলায় সবে দেৱতা সমাজ ॥ ২৮০৩৬

ভূমিত পৰিয়া কতো পৃথিৱী আছাৰে।
মূত্ৰ পুৰীষক এৰিলেক হস্তী ঘোৰে ॥
ভীমৰ প্ৰহাৰ এৰাই পাচে দুৰ্য্যোধনে।
ফুৰি আসি ভীমক হানিলা সেহিক্ষণে ॥ ২৮০৩৭
গদাৰ প্ৰহাৰ ঘোৰ পায়া ভীমসেন।
সহি ৰহিলেক বীৰে গিৰিবৰ যেন ॥
হেন দেখি সুৰ সিদ্ধ নৰবীৰগণে।
সাধু সাধু ভীম বুলি প্ৰশংসিল মনে ॥ ২৮০৩৮
কিনো বজ্ৰময় মহা শৰীৰ মাকৃতি।
এহি বুলি প্ৰশংসিয়া কৰিলন্ত স্তুতি ॥
দুৰ্য্যোধন ৰাজপুৰী প্ৰবেশিলা যাই।
পাক ফুৰি গৈল ভীম গদাক উধাই ॥ ২৮০৩৯
মহাবেগে ভীম গদা কৰিলা প্ৰহাৰ।
গাৱ পাতি লৈলা দুৰ্য্যোধন বীৰ সাৰ।
কুৰুৰাজ সম বীৰ নাহি আন কেৱ।
মনুষ্য বিস্ময় প্ৰশংসিল সবে দেৱ ॥ ২৮০৪০
ভীমৰ প্ৰহাৰ সহি কৰে ডেৱ দাম্ফি।
পুনৰপি গদা তুলি লৈলা বীৰে হাম্ফি ॥
থিৰ হুয়ো ভীমসেন বোলে কুৰুৰাজ।
গদা প্ৰহাৰিলে বীৰে হৃদয়ৰ মাজ ॥ ২৮০৪১
ফুৰি ফুৰি ভীম কথমপি ভৈল থিৰ।
নাকে মুখে কাণে বাজ ভৈলেক ৰুধিৰ ॥
হেন দেখি মহাৰথীগণে ভৈলা ভয়।
জানিলো ভীমৰ আজি ভৈলেক সংশয় ॥ ২৮০৪২
উপৰক গদা তুলি আশেষ ফোকাৰ।
ভীমৰ ললাটে চোট্ কৰিলা প্ৰহাৰ ॥
বিপৰীত সন্ধান লভিয়া বৃকোদৰ।
সহি থাকিলেক যেন বিন্ধ্য গিৰিবৰ ॥ ২৮০৪৩
কুম্ভস্থল ভাগিয়া ৰুধিৰ বহি যায়।
ৰক্তবস্ত্ৰ গাৱে যেন অধিকে সুহাই ॥

প্ৰহাৰ সম্বৰি বীৰে বৰ কোপে তদা।
দুৰ্য্যোধন গাৱত হানিলা ঘোৰ গদা॥ ২৮০৪৪
পৰিলে মাৰিবে ধৰি পৃথিৱীক লাগি।
যেন শাল বৃক্ষ বতাসতে গৈলা ভাঙ্গি॥
কম্পিল পৃথিৱী কমিলন্ত কুৰুৰাজ।
সাধু বীৰ ভীম বুলি পূজিলা সমাজ॥ ২৮০৪৫
পুনৰপি দুৰ্য্যোধনে লভিলা চেতন।
গদা ধৰি ভীমক ধাইলেক কোপমন॥
যেন মহামত্ত সিংহ ধাইল গদা তুলি।
ভীমৰ শৰীৰে হানিলেক হোহ্ বুলি॥ ২৮০৪৬
যেন ক্ৰৌঞ্চ গিৰিবৰ গৌৰীৰ তনয়।
ভূমিত পৰিল ভীম দেখি তমোময়॥
সকল শৰীৰ ঢাকি বহয় ৰুধিৰ।
শোভয় পৃথিৱী পৰি ভীমৰ শৰীৰ॥ ২৮০৪৭
আকাশত দেৱগণে দেখি প্ৰশংসিলা।
সাধু দুৰ্য্যোধন বুলি পুষ্প বৰিষিলা॥
মনুষ্য সমাজ যত আছে যুজ চাই।
ভীমৰ দেখিয়া ভঙ্গ ৰাব হাই নাই॥ ২৮০৪৮
দুৰ্য্যোধন ভৈল বৰ হৰষ অশেষ।
চাহিয়া অৰ্জ্জুন যুধিষ্ঠিৰ হৃষীকেশ॥
অচেতন ভীম দেখি প্ৰহাৰ নকৰি।
চতুষ্পাৰ্শ্বে দুৰ্য্যোধন নাচে ভঙ্গি কৰি॥ ২৮০৪৯
মূৰ্চ্ছিত ভীমক দেখি ৰাজা যুধিষ্ঠিৰ।
অৰ্জ্জুনে সহিতে ভৈলা বিকল শৰীৰ॥
কতো বেলি চেতন লভিলা মহাবীৰ।
গদাত আলম্বি ধৰি কৰিলন্ত স্থিৰ॥ ২৮০৫০
মুণ্ডেগাৰে বহি যায় ৰুধিৰ বিয়াপি।
দুই হাতে টুকি চক্ষু মেলিলা তথাপি॥
দেখে দুৰ্য্যোধনৰাজা ফুৰে চতুষ্পাৰ্শ্বে।
গদা ধৰি সমুখ ভৈলন্ত লাসে লাসে॥ ২৮০৫১

ভীমৰ অৱস্থা দেখি ধনঞ্জয় বীৰ।
মাধৱৰ সমীপ চাপিলা ধীৰে ধীৰ॥
শুনা প্ৰাণ সখি ইষ্টদেৱ হৃষীকেশ।
কোন কৰ্ম্ম কৰোঁ আৰে কৰিয়ো আদেশ॥ ২৮০৫২
সমৰত বলহীন ভৈল ভীমসেন।
দুৰ্য্যোধন ৰাজা দেখো মত্ত সিংহ যেন॥
ভীমক কৰিয়া পাচে ধাইলোঁ হন্তে আমি।
নিবন্ধ কৰিয়া পূৰ্ব্বে যুধিষ্ঠিৰ স্বামী॥ ২৮০৫৩
এবে কেনে হুইবে কহিয়ো প্ৰাণসখি।
দাৰুণ যুদ্ধত কোন বীৰসাৰ দেখি॥
বোলন্ত মাধৱে শুনিয়োক গুড়াকেশ।
শুনা নিজ ধৰ্ম্ম কহো হিত উপদেশ॥ ২৮০৫৪
দুয়ো বীৰ শিৰোমণি যুদ্ধত বিষম।
একে গুৰু শিষ্য শিক্ষা তুল্য পৰাক্ৰম॥
ধনুৰ্দ্ধৰ তুমি গদাধৰ ভীমসেন।
কৌৰৱৰ কৰ্ণ দুৰ্য্যোধন ৰাজা যেন॥ ২৮০৫৫
গদা যুদ্ধে কুশল দাৰুণ কুৰুবৰ।
সত্য যুদ্ধে জানা জয় নাহিকে ভীমৰ॥
যথোচিত পৰিহৰি পূৰ্ব্বে দেৱৰাজ।
উপায়ে দৈত্যক চলি কাঢ়ি লৈলা ৰাজ॥ ২৮০৫৬
মালী মাল্যৱন্ত বৃত্ৰাসুৰ বলপাক।
একেশ্বৰে ত্ৰিভুবন পাৰে জিনিবাক॥
হেন বীৰ সবক জিনিয়া কূট ৰণে।
আজিয়ো স্বৰ্গত ভোগ ভুঞ্জে দেৱগণে॥ ২৮০৫৭
ভীষ্ম দ্ৰোণ কৰ্ণ ভূৰিশ্ৰৱা ভগদত্ত।
তাসম্বাক উপায়ে মতাইল ৰণত॥
একেশ্বৰে বীৰ দুৰ্য্যোধন হৃত ৰাজ্য।
তাক সত্য কৰি যুঁজিব কি কোন কাজ॥ ২৮০৫৮
পিতামহ গুৰুভাতৃ পুত্ৰক মৰাই।
পশুহেন প্ৰাণ ৰাখি একলে পলাই॥

জানি আছো দুৰ্য্যোধন যোদ্ধা পৰাক্ৰম।
সি কি দাৰুণক কৰি বচন নিয়ম ॥ ২৮০৫৯
ধৰ্ম্ম যুধিষ্ঠিৰ অধৰ্ম্মত ৰতি নাই।
ধৰ্ম্মতেসে সাৰ পাণ্ডৱৰ পাঞ্চভাই ॥
ধৰ্ম্মযুদ্ধে ৰাজ্য জিনি লৈব কুৰুৰায়।
পুনু ৰণে দুখ ভুঞ্জা শাক আলু খাই ॥ ২৮০৬০
পূৰ্ব্বে হেন বচন বুলিলা ভীমসেনে।
উৰু ভঙ্গ কৰি তাক মাৰিবোহো ৰণে ॥
সেহি সত্য সাফলিয়া গদা তুলি ধৰি।
মাৰোঁ তোক দাৰুণ উৰুক ভঙ্গ কৰি ॥ ২৮০৬১
মাধৱৰ বচন শুনিয়া ধনঞ্জয়।
যদি অনুচিত তভো কৰিলা নিশ্চয় ॥
ভীমক দেখায়া দিলা উৰুত চাপৰ।
সোঁৱৰি পাইলন্ত বীৰে বচন পূৰ্ব্বৰ ॥ ২৮০৬২
অৰ্জ্জুনৰ সঙ্কেতক জানি মনে গুণি।
অন্যায়ক চিন্তি ভীমে চিন্তিলা আপুনি ॥
গদা তুলি কৌৰৱক ক্ৰোধে গৈলা ধাই।
দেখি সাৱধান ভৈলা দুৰ্য্যোধন ৰায় ॥ ২৮০৬৩
দুয়ো গদা পাতিয়া কৌৰৱক অন্তৰায়।
তাৰ ঘৰষণ লাগি অগনি ওলায় ॥
পাচে ছিদ্ৰ পায়া ভীমে কোবেক বসাইলা।
দেঙ্গ দিয়া দুৰ্য্যোধনে তেখনে এৰাইলা ॥ ২৮০৬৪
মত্তসিংহ দুয়ো যেন নাদে আশী বৃষ।
পঙ্ক লাগি যুঁজে যেন দুৰ্জ্জয় মহিষ ॥
তেজে টলবল দুই আৰক্ত আকাৰ।
বসন্ত কালত যেন ফুলল মন্দাৰ ॥ ২৮০৬৫
পবন সঞ্চাৰে গদা তুলি দুৰ্য্যোধনে।
ভীমৰ গাৱত প্ৰহাৰিলা কোপমনে ॥
বিপৰীত চোটে ভীমে প্ৰাক ফুৰি ফুৰি।
গদাক পাতিয়া ভৈলা পাতিয়া মূৰ্চ্ছি ॥২৮০৬৬
অশকত দেখি দুৰ্য্যোধনে আছে ৰই।
সেহি বেলা ভীমে এক কোৱ দিলা গই ॥
অসাৱধানতে কোৱ পৰিল বিফলে।
মাংস ছিঙ্গি গৈল তেজ বহৰে বোম্বালে ॥ ২৮০৬৭
ৰুধিৰ মলছি দুৰ্য্যোধনে কৰে দৰ্প।
যেন লাথি পায়া ফোকাৰয় নাগ সৰ্প ॥
ভীমসেনে বোলে দুৰ্য্যোধন ক্ৰূৰমতি।
কিনো ভৈল দাৰুণৰ বিপুল শকতি ॥ ২৮০৬৮
সেহিক্ষণে দুৰ্য্যোধন গদাৰ মণ্ডলে।
ছিদ্ৰ পায়া হানিলা ভীমৰ বক্ষস্থলে ॥
মহাচোটে ভীমসেনে দেখিলা তিমিৰ।
ফুৰি ফুৰি পৰিলন্ত চক্ষু ভৈল থিৰ ॥ ২৮০৬৯
দুৰ্য্যোধনে দেখে ভীম মৃত্যুক পৰায়।
প্ৰহাৰ নকৰি থাকিলন্ত বাট চাই ॥
গৈয়া দেখে চেতন নলভে পাণ্ডুসুত।
কেনমতে প্ৰহাৰ কৰিলোঁ অযুগুত ॥ ২৮০৭০
কতো বেলি চেতন লভিলা ভীমসেনে।
চক্ষু মেলি গুণিবে লাগিলা মনে মনে ॥
যথোচিত কৰিলে জীৱাঙ্ক আশা নাই।
নোহোঁ সম অগণিত পতঙ্গ পৰাই ॥ ২৮০৭১
কৰিলা নিশ্চয় বীৰে ধৰ্ম্ম পৰিহৰি।
দুৰ্য্যোধন বধ মনে উঠি গদা ধৰি ॥
বিপৰীত কোপ মনে যান্ত শীঘ্ৰে ধাই।
দেখি সাজ ভৈলা দুৰ্য্যোধন মহাৰায় ॥ ২৮০৭২
শৰীৰ আৱৰি বীৰে ঘূৰাৱে গদাক।
লক্ষিতে নপাৰি যেন কুমাৰৰ চাক ॥
সমৰ নিয়ম হেন গদাৰ যুদ্ধত।
যতেক প্ৰহাৰ কৰে নাভিৰ ঊৰ্দ্ধত ॥ ২৮০৭৩
হেনয় নিয়ম অনুসৰি কুৰুবৰে।
নাভিৰ ঊৰ্দ্ধত গদা পাতিলা সমৰে ॥

ভীমে সিটো নিয়ম কৰিলা পৰিহাৰ।
উৰুত দিলন্ত কোব গদাৰ প্ৰহাৰ ॥ ২৮০৭৪
ইন্দ্ৰ যেন বজ্ৰ হানি পৰ্ব্বত ভেদিলা।
সেহিমতে দুৰ্য্যোধনৰ উৰুক ভাঙ্গিলা ॥
কৰি কৰ সম সুবলিত উৰু দুই।
যাক দেখি নাৰীগণে কামে মোহ হুয়া ॥ ২৮০৭৫
হেন উৰু ভাঙ্গিলন্ত ভীম কূট ৰণে।
গিৰিসিত্ কৰিয়া পৰিলা দুৰ্য্যোধনে ॥
টলবল কৰিয়া কম্পিল মহীতল।
সেহিবেলা ভীমসেন তহিত মিলিল ॥ ২৮০৭৬
বৰিষয় শিলা তেজে দেখি ধূম্ৰানয়।
উঠি নাচিলেক কৌৰৱৰ মৰা শৱ ॥
ৰুধিৰে ঢাকিলে যেন তথা পুষ্পহ্ৰদ ।
উলটি উলটি বৱে যত নদী নদ ॥ ২৮০৭৭
নাৰী সকলত ভৈল পুৰুষ আকাৰ।
পুৰুষত ভৈল সবে মৌনী স্তন ভাৰ ॥
অৰণ্যৰ পশু আনি গৃহে পশি মৰে।
যত বৃক্ষ সব অকালত ফল ধৰে ॥ ২৮০৭৮
শুনা সভাসদ দেখা বীৰৰ অৱস্থা।
সংহাৰয় কালে সামান্যৰ কোন লেখা ॥
অযুত হস্তীৰ বল ৰাজা দুৰ্য্যোধন।
কালৰ হাতত একেতিলে ভৈল চূৰ্ণ ॥ ২৮০৭৯
জানি মনে মদ অহঙ্কাৰ পৰিহৰা।
শ্ৰৱণ কীৰ্ত্তন কৰি সংসাৰত তৰা ॥
কবিৰাজ মিশ্ৰে বোলে মোৰ এহি কাম।
তেৰেসে মুকুতি ডাকি বোলা ৰাম ৰাম ॥ ২৮০৮০

---

### ছবি

দুৰ্য্যোধনৰ মূৰত ভীমৰ লাথি

সঞ্জয় বদতি ৰাজ এহিমতে তযু পুত্ৰ
উৰু ভঙ্গ হুয়া আছে পৰি।
পূৰ্ব্বৰ সুমৰি কাজ যেন মহা সৰ্প ৰাজ
ভীমৰ গৈলেক কোপ চৰি ॥
শুন ওৰে দুৰাচাৰ পাঞ্চালীক বসাইবাৰ
প্ৰতিকাৰ কৈল এহিক্ষণে।
পাঞ্চ ভাইক নগণিয়া জঙ্ঘাৰিলি চূৰামণি
তাঙ্ক আজি ভাঙ্গিবো চৰণে ॥ ২৮০৮১
এহি বুলি খেদি যাই বাম পাৱে লাথিঘাৰে
মুকুট পেলাইলা উফৰাই।
ভাল নোহে বুলি তাক যুধিষ্ঠিৰে দিলা হাক
মৰ্ম্মে তান নসহয় হায় ॥
শুন ভীম মন্দ কাম বংশৰ অনাইলি নাম
কিসক কৰিলি হেন কাজ।
অন্যায়ে সাধিয়া জয় সৰ্ব্বজনে দেখি কয়
উদ্ধাৰিলা আপুনাৰ কাজ ॥ ২৮০৮২

---

### জুনুৰী

মহাবীৰ শিৰোমণি।
নৃপতিৰ অগ্ৰগণী ॥
মৰন্তে নেৰিলা ধৰ্ম্ম।
আচৰিলি মন্দ কৰ্ম্ম ॥ ২৮০৮৩
তাক লাথি হানি পাৰে।
কিনো মৰ্ম্ম দিলি গাৱে ॥
শুনি আছা কোন থানে।
মৃত্যুকক কোনে হানে ॥ ২৮০৮৪
তাৰ প্ৰহাৰত বীৰ।
মৰি চক্ষু কৰি থিৰ ॥

পৰিছিলি অচেতনে।
যদি মাৰে দুৰ্য্যোধনে॥ ২৮০৮৫
তেবে কি জীৱন আছে।
কি কৰিলি হন্তে পাচে॥
দুৰ্য্যোধন মহাৰায়।
নামাৰিলে ধৰ্ম্ম চাই॥২৮০৮৬
অন্যায়ে সাধিয়া জয়।
লাথি হানে দুৰাশয়॥
দুৰ্যশ থাকিল ৰহি।
যাৱদেকে থাকে মহী॥ ২৮০৮৭
জীৱন সচেত নহে।
লোকতে বেদতে কহে॥
ধিক্ সুখ ৰাজ্যভাৰ।
দুৰ্যশ থাকিল যাৰ॥ ২৮০৮৮
এহি বুলি যুধিষ্ঠিৰ।
কান্দিলন্ত মহাবীৰ॥
বুলিলন্ত দুখমন।
হাঁ ভাই দুৰ্য্যোধন॥ ২৮০৮৯
কুবুদ্ধি ভৈলেক তোৰ।
ৰাজ্য কাঢ়ি লৈলি মোৰ॥
মোক মহা দিলি দুখ।
ভুঞ্জিলিহি ৰাজ্য সুখ॥ ২৮০৯০
ইটো ৰাজ্য নাটে কাক।
ভাগেক নেদিলি তাক॥
মৰাই গুৰু পুত্ৰ ভাই।
জলত পৰিলি যাই॥ ২৮০৯১
তভো কোপ লগা মোক।
মাতিলোঁ বান্ধৱ তোক॥
নিয়ম সমৰ কৈলি।
গতি লভি কীৰ্ত্তি থৈলি॥ ২৮০৯২
তোক শোকে নাৰীগণে।
শাপিবেক সৰ্ব্বক্ষণে॥
তোক দোষ দিলো মিছা।
বিধাতাৰ হেন ইচ্ছা॥ ২৮০৯৩
শুনিয়োক সভাসদ।
জুমুৰী ভাৰত পদ॥
আন কাম পৰিহৰি।
ডাকি বোলা হৰি হৰি॥ ২৮০৯৪

### বলৰামৰ ক্ৰোধ

#### পদ

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
পুত্ৰৰ মৰণ শুনি অম্বিকা তনয়॥
মহামৰ্ম্মে সঞ্জয়ক বুলিলা বচন।
বলভদ্ৰে দেখি হেন অনিয়ম ৰণ॥ ২৮০৯৫
ভীম দুৰ্য্যোধন দুইকো কাক কি বুলিলা।
উৰু ভঙ্গ হুয়া দুৰ্য্যোধনে কি কৰিলা॥
সঞ্জয় বদতি ৰামে দেখিয়া অন্যায়।
ভীমক মাৰিবে যায় মুষল ভেজাই॥ ২৮০৯৬
ৰামৰ আক্ৰান্ত বৰ দেখি বনমালী।
দুইহাতে সাৱটি ধৰিলা আকোৱালি॥
মধুৰ বচনে হাসি বোলে নাৰায়ণে।
তুমি ক্ৰোধ কৰা দদা কিসৰ কাৰণে॥ ২৮০৯৭
বেদৰ বচন দদা আছে সাৰোত্তৰ।
সবাতো অধিক সত্য ধৰ্ম্ম পুৰুষৰ॥
পূৰ্ব্বে দ্ৰৌপদীক ইটো বসাইলা উৰুত।
তৈতে ভীমে প্ৰতিজ্ঞা কৰিলা অদভুত॥ ২৮০৯৮
যিটো উৰু দ্ৰৌপদীক বসাই দেখায়।
তাক মই ভাঙ্গিবোহো গদায়ে কোবাই॥
ইটো সত্য ৰাখিবাক নপাৰোঁহো যেবে।
যত পুণ্য কৰোঁ৷ মানে নষ্ট হোবে তেবে॥ ২৮০৯৯

আৰো ব্ৰহ্মশাপ পায়া আছে কুৰুৰাজ।
যিকালত গৈলোঁ মই কৌৰৱ সমাজ ॥
ব্ৰহ্মপুত্ৰ মুখ্য সপ্তঋষি সেহি বেলা।
মোৰ লগে বসিলেক কৌৰৱৰ মেলা ॥ ২৮১০০
ইতিহাস কৰিলেক দন্তৰ চৰিত্ৰ।
অৰ্দ্ধৰাজ্য বাটি ৰাজা দুয়ো কৰোঁ মিত্ৰ ॥
ইটো বচনক তেহে কৰি অনাদৰ।
হাসি মাৰিলেক ইটো ঊৰুত চাপৰ ॥ ২৮১০১
পাচে ঋষিগণে তাক ক্ৰোধে দিলা শাপ।
ঊৰু ভাঙ্গি তোক ভীমে ভাঙ্গোক প্ৰতাপ ॥
সেহি ভীমে ভাঙ্গিলেক ঊৰু কৌৰৱৰ।
যেখনে মাৰিলা হাসি ঊৰুত চাপৰ ॥ ॥২৮১০২
দেৱতাৰ গুৰু পিতৃ ঋষি বাক্য এৰি।
সেহি পাতকীক পাচে চতুৰ্ভিতি বেঢ়ি ॥
ভীষ্ম দ্ৰোণ কৰ্ণ সঞ্জয় ধৃতৰাষ্ট্ৰ।
গান্ধাৰীকো এৰিলন্ত বুকে বান্ধি কাষ্ঠ ॥ ২৮১০৩
আৰে দেখিয়োক দদা কুৰুবীৰ বল।
পৰম কুবুদ্ধি দিয়া যাইব ৰসাতল ॥
শকুনি দিলেক হেন কুবুদ্ধি পৰক।
আগে সিটো মৰি গৈলা যমৰ ঘৰক ॥ ২৮১০৪
কুবুদ্ধিক লৱে সুবুদ্ধিক পৰিহৰে।
আপোনাক আপুনি বঞ্চিলা সিটো নৰে ॥
মদ মত্ত দুষ্ট ইটো পৰম দুৰ্জ্জন।
তোমাৰেসে প্ৰিয় মাত্ৰ ৰাজা দুৰ্য্যোধন ॥ ২৮১০৫
অজাতশত্ৰুক ইটো বৈৰ বুদ্ধি কৰি।
পিতা ধৃতৰাষ্ট্ৰৰ বচন পৰিহৰি ॥
সবাৰো অপ্ৰিয় ভৈল নধৰি বচন।
আপোনাৰ পাপে নষ্ট ভৈল দুৰ্য্যোধন ॥ ২৮১০৬
এহি বুলি জ্যেষ্ঠক সাৱটি দুইহাতে।
ধৰ্ম্ম ধৰ্ম্ম কৰিয়া সাদৰি হৰি মাতে ॥
যাহাৰ পৰশে সংসাৰৰ তাপ হৰে।
হেন কৰ পৰশ লভিলা হলধৰে ॥ ২৮১০৭
গুচিলেক তাপ কোপ শান্ত ভৈল মন।
লাঙ্গল মুষল থৈয়া বুলিলা বচন ॥
ধিক্ পৌৰুষতা বাহুবল ক্ষত্ৰিয়ৰ।
ৰাজ্যলোভে কৰে যিটো অন্যায় সমৰ ॥ ২৮১০৮
বীৰ হুয়া নকৰয় দুৰ্যশক ভয়।
পৃথিৱীত শোভনয় সকল নহয় ॥
অথিৰ জীৱন প্ৰাণ কেতিক্ষণে যায়।
আসম্বাৰ অৰ্থে কৰে অনেক অন্যায় ॥ ২৮১০৯
এহি বুলি বলভদ্ৰে মনে দুখ কৰি।
কুৰু নৃপতিৰ হেন বচনে সাদৰি ॥
কৌৰৱৰ শ্ৰেষ্ঠ দুৰ্য্যোধন বীৰবৰ।
পৌৰুষ বিক্ৰম কৰি সমুখ সমৰ ॥ ২৮১১০
স্বধৰ্ম্ম ৰণত প্ৰাণ তেজিলা হৰিষে।
এহি শুভ কীৰ্ত্তি প্ৰকাশয় দশ দিশে ॥
স্যমন্ত পঞ্চক থানে এৰিলাত প্ৰাণ।
এহি পুণ্যে সপ্তম স্বৰ্গত হইবে থান ॥ ২৮১১১
এহি বুলি দ্বাৰকাক গৈলা হলধৰ।
পাণ্ডৱক নিন্দি কৌৰৱক দিয়া বৰ ॥
ৰামৰ বচন শুনি লাজে নৃপবৰ।
ভাতৃশোকে দুৰ্যশে জানুত দিলা শিৰ ॥ ২৮১১২
প্ৰবোধন্ত কৃষ্ণে দদা এৰা ইটো মৰ্ম্ম।
বিধিৰ নিৰ্ম্মাণ নিদাৰুণ ক্ষত্ৰধৰ্ম্ম ॥
বীৰ হৈলে শত্ৰুক কৰিব প্ৰতিকাৰ।
হৰিষ কালত কেনে বিষাদ তোমাৰ ॥ ২৮১১৩
যুধিষ্ঠিৰ বদতি শুনিয়ো নাৰায়ণ।
ভীমৰ দাৰুণ কৰ্ম্মে পুৰে মোৰ মন ॥
আপোনাৰ ভাই আৰু পৃথিৱীৰ ৰাজা।
ঊৰুভঙ্গে পাৰিল এৰিলা সবে প্ৰজা ॥ ২৮১১৪

তভো দেখা ভীমে তাক লাথি হানে কিক।
কিনো নিদাৰুণ আমি প্ৰমত্ততোধিক ॥
যাতো মোৰ অৰ্থে ভীমে পাইলা মহাদুখ।
সিকাৰণে ভীমৰ উলটি চাওঁ মুখ ॥ ২৮১১৫
ভীমে দেখিলন্ত কিছু ৰাজা শান্ত ভৈলা।
কৰযোৰ কৰি হেন বুলিবাক লৈলা ॥
জয় মহামানী যুধিষ্ঠিৰ ধৰ্ম্মৰাজ।
শত্ৰুক মাৰিলোঁ। ভৈল অকণ্টকা ৰাজ ॥ ২৮১১৬
তোমাৰ বিৰোধে নষ্ট ভৈলেক পাঞ্চালী।
ভুঞ্জিয়ো পৃথিৱী নিজ ধৰ্ম্ম প্ৰতিপালি ॥
পাশা সভা মধ্যত তোহাক দাস বুলি।
অলঙ্কাৰ কাঢ়ি লৈলা পিন্ধাইলা বাকলি ॥ ২৮১১৭
সমাজত হাসিলেক মুকুট জঙ্কাৰি।
আজি সেহি ক্ৰোধত মাৰিলোঁ। লাথি মাৰি ॥
যদি দোষ ভৈল প্ৰভু ক্ষমিয়ো আপুনি।
নিদাৰুণ ক্ষত্ৰ জাতি চাবা মনে গুণি ॥ ২৮১১৮
হেন শুনি ভীমক মাতিলা যুধিষ্ঠিৰ।
পালিলাহা সত্য ধন্য ধন্য মহাবীৰ ॥
কৃষ্ণৰ প্ৰসাদে জয় সাধিলা সকল।
ৰাজমাতা কুন্তীৰ সাধিলা কৌতূহল ॥ ২৮১১৯
ৰাজাৰ হৰিষ দেখি প্ৰজা ৰঙ্গ ভৈল।
ৰণজয় হুয়া বাদ্য বজাইবাক লৈল ॥
পঞ্চম শবদ বাৰে কৰে জয় জয়।
বজাৱে চাপৰি কেহো আনন্দে নাচয় ॥ ২৮১২০
ভীমক প্ৰশংসা কৰি বোলে ৰাজাগণ।
কিমতে বধিলা বীৰবৰ দুৰ্য্যোধন ॥
যেতিক্ষণে জলহস্তে আসি ভৈল থিৰ।
পলায় ৰাজা প্ৰজা দেখি উৰি গৈলা জীৱ ॥২৮১২১
যেতিক্ষণে মণ্ডল কৰয় গদা ধৰি।
আছোক যুঁজিবে প্ৰজা দেখি ভয়ে মৰি ॥

হেন শুনি হাসিয়া মাতিলা নাৰায়ণ।
পাপিষ্ঠক প্ৰশংসা কৰাহা কি কাৰণ ॥ ২৮১২২
যৈসানি বীৰে এৰিলা গুৰু পিতৃ বাক।
তৈসানি জানিবা বধিলেক আপোনাক ॥
মাধৱৰ নিন্দাবাণী শুনি দুৰ্য্যোধন।
দোঙ্গা দিয়া উঠিয়া বসিলা কোপমন ॥ ২৮১২৩
কতোদূৰ পৃথিৱী কম্পিয়া ভৈল থিৰ।
দশনে অধৰ চেপি কম্পায়া শৰীৰ ॥
মৃত্যুক বাঘক যেন নলৱয় পাশ।
দুৰ্য্যোধন ৰাজাত প্ৰজাৰ সেহি ত্ৰাস ॥ ২৮১২৪
যি দিশক চাৱে প্ৰজা দূৰক পলায়।
কোপমনে মাতিলন্ত মাধৱক চাই ॥
ধিক্ ধিক্ মাধৱ জীৱন নাৰায়ণ।
ধৰ্ম্মপালি হুয়া অধৰ্ম্মত দিলি মন ॥ ২৮১২৫
শুনিলে অৰ্জ্জুনে তযু মুখৰ উত্তৰ।
ভীমক কহিয়া দিলা উৰুত চাপৰ ॥
মৰাইলা হৰি মোক অনিয়ম ৰণে।
ধৰ্ম্মক এৰিলা তুমি মিত্ৰৰ কাৰণে ॥ ২৮১২৬
হেন শুনি হাসি হৰি বুলিলা বচন।
মোৰ দোষ নাই আত শুনা দুৰ্য্যোধন ॥
দূত হুয়া গৈলোঁ। মই ইহাক শুমৰি।
ৰাখিবে চাহিলি তই মোক বন্দী কৰি ॥ ২৮১২৭
পাণ্ডৱৰ উচ্ছেদ কৰিলি পিতৃৰাজ।
পাঞ্চালীক কদৰ্থিলি সমাজৰ মাজ ॥
জৌগৃহ দাহ বিষদান মগ্ন জলে।
অজাত শত্ৰুক জিনি কূটপাশা ছলে ॥ ২৮১২৮
বৃহস্পতি গুৰুৰ বচন অনাদৰি।
আপুনি মৰিলা বাপ আলে আলে কৰি ॥
মোৰ দোষ দিয়া মনে গুণিয়া নচাই।
তোৰে অধৰ্ম্মতে ভৈল সবাৰে অন্যায় ॥ ২৮১২৯

গোবিন্দৰ বচন শুনিয়া কুৰুৰায় ।
মৰন্তে নেৰিলা বীৰে আপোন বৰাই ॥
শাস্ত্র বেদ পুৰাণৰ জানে সবে মৰ্ম্ম ।
উপজি কৰিলা ক্ষত্রিয়ৰ যেন ধৰ্ম্ম ॥ ২৮১৩০
ৰাজ্যৰ নিমিত্তে আৰু যুদ্ধ ক্ষত্রিয়ৰ ।
দেৱাসুৰ মনুষ্যৰ চাৰিও জাতিৰ ॥
চমুৰণে পৰিল আচৰি বীৰব্রত ।
তোমাৰ ভঙ্গন নাই ইতিনি লোকত ॥ ২৮১৩১
সবে বোলে ধন্য ধন্য দেৱ নাৰায়ণ ।
তুমি কি অধৰ্ম্ম বুলি লৱে মোৰ মন ॥
অধৰ্ম্মে আমাক মৰাইলাহা ছল কৰি ।
তুমি পাপ ভুঞ্জিবা পাণ্ডৱ বশ কৰি ॥ ২৮১৩২
যদি কুবুদ্ধিৰ হোৱা তুমিসে কাৰণ ।
তেবে তযু দেহাত দহিবে হুতাশন ॥
কৌৰৱৰ বচন শুনিয়া দামোদৰ ।
উচিত জানিয়া তুনাই নিদিলা উত্তৰ ॥ ২৮১৩৩
অধৰ কামুৰি বীৰে চোৱে আগ পাচ ।
নিৰ্ব্বাণ কালত যেন জ্বলে দীপ গাছ ॥
দুৰ্য্যোধন ৰাজাৰ উচিত বাক্য শুনি ।
আকাশত প্রশংসা কৰয় সিদ্ধ মুনি ॥ ২৮১৩৪
সাধু সাধু দুৰ্য্যোধন কিনো বীৰযুত ।
এহি বুলি পুষ্প বৃষ্টি কৰিলা শিৰত ॥
দুন্দুভি বজাৱে দেৱে মহা তুষ্ট মনে ।
ৰাজাক প্রশংসি গৈলা আপোন ভৱনে ॥
ভাৰত কাহিনী শুনা সভাসদ লোক ।
ৰাম কৃষ্ণ হৰি বোলা পাতক চাৰোক ॥ ২৮১৩৫

দুৰ্য্যোধনৰ অনুতাপ আৰু শ্রীকৃষ্ণৰ প্রবোধ
দুলৰী

সঞ্জয় বদতি শুনিয়ো নৃপতি
পাচে যেন কথা শুনি ।
পাণ্ডৱ ৰাজাৰ শুনি হাহাকাৰ
আপোন কৰ্ম্মক গুণি ॥
কৰিয়া অন্যায় বধিলোঁ হো ভাই
ৰাজ্যভোগ সুখ আশে ।
ধিক্ বীৰযশ থাকিল কুযশ
মুনি চতুৰ্ভিতি হাসে ॥ ২৮১৩৬
ক্রন্দন আকাৰ মুখ সবাকাৰ
দেখি পাচে দেৱহৰি ।
মধুৰ বচনে সবাকো তেখনে
প্রবোধন্ত বুদ্ধি কৰি ॥
শুনা ৰাজাগণ এৰা কষ্টমন
আত দুখ মুযুৰাই ।
যিটো দেৱগণে প্রশংসে গগনে
তাৰাৰো আছে অন্যায় ॥ ২৮১৩৭
সন্ধি বুদ্ধি কৰি দৈত্যক সংহৰি
স্বৰ্গ ভুঞ্জে দেৱগণে ।
তেজস্বীৰ কৰ্ম্ম অধমেয়ো ধৰ্ম্ম
বুলিয়া মানিবা মনে ॥
নাহিকে সংশয় পাতক দহয়
অগ্নিতে যেন পতঙ্গ ।
কৃষ্ণৰ বচনে সবাকাৰ মানে
পুনঃ ভৈলা মনৰঙ্গ ॥ ২৮১৩৮
আনন্দ বঢ়াই কৃষ্ণ মুখ চাই
চলি গৈলা নিৰন্তৰ ।
ৰণ সিন্ধু পাৰ সুজন কাণ্ডাৰ
প্রশংসে সবে কৃষ্ণৰ ॥
কৌৰৱ ৰাজাৰ ৰত্নৰ ভাণ্ডাৰ
যত ধন দাসী দাস ।
মহা ভয় মনে কৰন্ত ক্রন্দনে
কৰিবা তাক আশ্বাস ॥ ২৮১৩৯

আপোন মন্দিৰ গৈলা যুধিষ্ঠিৰ
যৈত সুখ ঘৰ আছে।
মহাৰথীগণে সবে ৰঙ্গমনে
ৰথৰো নামিলা পাচে ॥
মাধৱে বোলন্ত নামা ধনঞ্জয়
মোৰ ৰথ পাচ কৰি।
অৰ্জ্জুন নামিল অন্তৰ্দ্ধান ভৈল
কপিধ্বজ পৰিহৰি ॥২৮১৪০
গোবিন্দ নামিল অগনি লাগিল
ৰথ খান ভস্ম ভৈল।
দেখি পাণ্ডৱৰ কাম্পে কলেৱৰ
কৃষ্ণৰ শৰণ লৈল ॥
শুনা সভাসদ কহে কবিৰাজ
শুনা ভাৰতৰ পদ।
এৰি আন কাম বুলি ৰাম ৰাম
চুড়িয়ো সব আপদ ॥২৮১৪১

—০—

ধৃতৰাষ্ট্ৰ গান্ধাৰীৰ লগত শ্ৰীকৃষ্ণৰ কথোপকথন

পদ

সঞ্জয় কহন্ত কথা শুনা ব্যাসসুত।
যুধিষ্ঠিৰ ৰাজা হেন শুনি অদভুত ॥
কৃষ্ণত শৰণ লৈয়া কৰন্ত কাকুতি।
গোত্ৰ হত্যা পাপ হন্তে কৰিয়ো মুকুতি ॥২৮১৪২
অৰ্জ্জুনৰ ৰথ ভস্ম ভৈল এহিক্ষণে।
নাহি ভয় বুলি আশ্বাসিলা নাৰায়ণে ॥
মোহৰ ভক্তৰ পাতকত ভয় নাই।
ই কথা শুনিলে আছে আন অভিপ্ৰায় ॥২৮১৪৩
ভীষ্ম দ্ৰোণ কৰ্ণদেৱ দুৰ্জ্জয় দেৱৰ।
বায়ু বহ্নি গন্ধৰ্ব্ব মাৰিতে ব্ৰহ্মশৰ ॥
তাসম্বাৰ শৰে ভস্ম ভৈলেক পূৰ্ব্বত।
মোহোৰ প্ৰভাৱে ৰাখিছিলোঁ সমৰত ॥ ২৮১৪৪
অৰ্জ্জুনক সিহেতু নমালোঁ জানা আগে।
মই নামিলেসে ৰথখান অগ্নি লাগে ॥
শুনি যুধিষ্ঠিৰ ভয় ভৈলন্ত মনত।
সি সব বীৰৰ আগে আমি তৃণবত ॥ ২৮১৪৫
কৃষ্ণৰ প্ৰসাদে সমৰত ভৈলা জয়।
এহি বুলি মাধৱক সবে প্ৰশংসয় ॥
বাৰে বাৰে ৰাখিছা সকল আপদত।
ইবাৰ ৰাখিয়ো প্ৰভু তোমাৰ পাৱত ॥ ২৮১৪৬
মাধৱে বোলন্ত শুনা ধৰ্ম্মৰ নন্দন।
পুনৰপি অৰ্জ্জুন সহিতে হৈব ৰণ ॥
শুনি যুধিষ্ঠিৰে বোলে কৰি যোৰহাত।
জয় জয় কৃষ্ণ লৈলো শৰণ তোমাত ॥ ২৮১৪৭
তোমাৰ পৰম প্ৰিয় বীৰ ধনঞ্জয়।
আপুনি ৰাখিবা তাক কৃষ্ণ কৃপাময় ॥
কেশৱে বোলন্ত দদা এৰা উৎপাত।
অৰ্জ্জুনৰ কাৰ্য্য মানে লাগিত আমাত ॥ ২৮১৪৮
বৰ বৰ আপদত কৰিবো ৰক্ষণ।
শুনি যুধিষ্ঠিৰৰ হৰিষ ভৈল মন ॥
কৃষ্ণ নিগদতি শুনা ধৰ্ম্মৰ তনয়।
নগৰ প্ৰৱেশ হুইবে আজি নলাশয় ॥ ২৮১৪৯
সবে ৰাজাগণ যাক নিজ নিজ ঠাই।
এহি থানে থাকিয়ো তোমৰা পাঞ্চ ভাই ॥
হৰিৰ বচন শিৰে ধৰি যুধিষ্ঠিৰে।
পাঞ্চ ভাই তথাতে ৰহিলা নদী তীৰে ॥ ২৮১৫০
কৃষ্ণক বোলন্ত যুধিষ্ঠিৰ মহাৰায়।
পুত্ৰশোকে আমাক শাপিবে বাপ মাই ॥
বাৰে বাৰে ৰাখিছা সকল আপদত।
ইবাৰ ৰাখিয়ো প্ৰভু মাৰুত বাপত ॥ ২৮১৫১

হস্তিনাপুৰক প্ৰতি আপুনি যাৱোক।
ধৃতৰাষ্ট্ৰ গান্ধাৰীক শান্ত কৰিয়োক ॥
ৰাজাৰ আদেশে আপোনাৰ ৰথে চৰি।
হস্তিনাপুৰক নাৰায়ণ গৈলা লৰি ॥ ২৮১৫২
দুৰ্য্যোধন ৰাজাৰ আবাসে প্ৰবেশিলা।
ধৃতৰাষ্ট্ৰ গান্ধাৰীক মাধৱে দেখিলা ॥
বৃদ্ধ ৰাজা অন্ধকক কৰি নমস্কাৰ।
কহিলন্ত নমস্কাৰ পাণ্ডৱগণৰ ॥ ২৮১৫৩
মাধৱ বদতি ৰাজা শুনা সাৱধান।
ভূত ভৱিষ্যত তুমি জানা বৰ্ত্তমান ॥
যুধিষ্ঠিৰ ৰাজাৰ জানাহা যেন চিত্ত।
গুৰু গৌৰৱত যেন ধৰ্ম্মত বিনীত ॥ ২৮১৫৪
সসাগৰা বসুমতী লৈলা দুৰ্য্যোধন।
দুখ ভুঞ্জি আপুনি ফুৰিলা বনে বন ॥
আমাক পঠাইলা কৰি তোমাক প্ৰণাম।
অৰ্দ্ধৰাজ্য মাগিয়া নাপাইলা পাঞ্চ গ্ৰাম ॥ ২৮১৫৫
দ্ৰোণ ভীষ্ম সঞ্জয় বিদুৰ আদি কৰি।
এসভাৰ বাক্য দুৰ্য্যোধনে অনাদৰি ॥
মৃত্যু দণ্ড ৰোগ যেন ভৈলা ধেনুৰাৰ।
কাকো নমানিল দুৰ্য্যোধন অনিৰ্ব্বাৰ ॥ ২৮১৫৬
ৰণ কৰি শত্ৰুজয় ভৈল ধৰ্ম্মৰাজ্য।
মই তোমাসাক বোলো একাদিক কাৰ্য্য ॥
কৌৰৱক সমুখ সমৰে ৰণে জিনি।
যুধিষ্ঠিৰ ৰাজা শোক কৰে ৰাতি দিনি ॥ ২৮১৫৭
তোৰা দুহান্তক চিন্তি বিকল শৰীৰ।
সৰ্ব্বদায়ে থাকন্ত জানুত দিয়া শিৰ ॥
পাণ্ডৱৰ দোষ তুমি নধৰিবা মনে।
যুধিষ্ঠিৰ সম ৰাজা নাহি ত্ৰিভুবনে ॥ ২৮১৫৮
শুনিয়ো গান্ধাৰী মাও তুমি ধৰ্ম্মশালী।
অধৰ্ম্মীকো নচাইল ধৰ্ম্মক প্ৰতিপালি ॥
তোমাতে বিদায় মাগিলেক কৃষ্ণৰায়।
তথাপিতো তুমি কিছু নুবুলিলা আই ॥ ২৮১৫৯
হেনসে লক্ষিলোঁ তুমি ধৰ্ম্মতে প্ৰবল।
মাও হুয়া পুত্ৰক নেদিলা সুমঙ্গল ॥
হেনসে বচন নুবুলিলা ধৰ্ম্মময়।
যাৰ ধৰ্ম্ম আছে তাৰ হুইব ৰণজয় ॥ ২৮১৬০
তোমাৰ কি বচন বিফল হোৱে মাও।
তযু অনুমতি কৌৰৱৰ ভৈল শাউ ॥
যুধিষ্ঠিৰে ৰণ জিনি পাইলা বসুন্ধৰী।
হুয়োক প্ৰসন্ন মাও শোক পৰিহৰি ॥ ২৮১৬১
কুন্তীত অধিক কৰে তোমাত ভকতি।
হেন পাণ্ডৱত তুমি এৰা ক্ৰোধমতি ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
ধৃতৰাষ্ট্ৰ গান্ধাৰীয়ো কৃষ্ণক বোলয় ॥ ২৮১৬২
গান্ধাৰী বোলন্ত শুনি কোপ ভৈলা মনে।
পুনৰপি শান্ত ভৈলা কৃষ্ণৰ বচনে ॥
দেখিয়ো মাধৱ মোৰ কেনে কৰ্ম্মফল।
শত পুত্ৰে আশা নভৈলেক পিণ্ডজল ॥ ২৮১৬৩
হাঁহা দুৰ্য্যোধন দুঃশাসন শত পুত্ৰ।
মোক আজি এৰি তোমাসাৰ গৈলা কুত্ৰ ॥
নভৈলেক আশা মোৰ এগুটি পুত্ৰত।
আৰো আই বোলন্তা নাহিকে ইলোকত ॥২৮১৬৪
কি কাৰণে জীৱ মই আক অভাগিনী।
শত পুত্ৰ লভি আবে ভৈলোঁ অপুত্ৰিণী ॥
কৈক গৈলা দুৰ্য্যোধন দুঃশাসন বাপ।
বৃদ্ধকালে মোক হেন দিলা হৃদি তাপ ॥ ২৮১৬৫
হাক দিলোঁ তভো মই নুশুনিলা তাক।
তোৰাসে মৰিলি যম নলৈলে আমাক ॥
সবাক এৰিয়া ভৈলি আপোন তাণ্ডৱ।
হিতবাক্য নুশুনিলি গুৰু গৌৰৱ ॥ ২৮১৬৬

একত্রে নাথাকি গৈল মৰিবাক লাগি ।
আচাৰি আহুৰি কৰি সবে নাচি বাগি ॥
এহিমতে গান্ধাৰী কান্দন্ত মুষ্টি হানি ।
বিকল হৃদয় ভৈল দেখি চক্রপাণি ॥ ২৮১৬৭
মাধৱে বোলন্ত মাব চিন্তা এৰা মনে ।
নিজ কৰ্ম্মভাগে ভৈল হেন বীৰগণে ॥
কৃষ্ণৰ বচনে শোক এৰিলা গান্ধাৰী ।
মাধৱে বোলন্ত মাব শুনা বৰনাৰী ॥ ২৮১৬৮
উৰু ভঙ্গ হুয়া আদেশিলা দুৰ্য্যোধনে ।
কৃতবৰ্ম্মা কৃপ অশ্বত্থামা তিনিজনে ॥
অপাণ্ডৱা কৰিবো বুলিলোঁ সত্য কৰি ।
গধূলিকা আমি যাইবো পাণ্ডৱ নগৰী ॥ ২৮১৬৯
গান্ধাৰী বোলন্ত বৃদ্ধ অনাথ নৃপতি ।
যুধিষ্ঠিৰ কৃষ্ণ বিনে আন নাহি গতি ॥
হেন জানি কৃষ্ণ চলি যায়োক সকাল ।
পাণ্ডৱক ৰাখি ৰাখা পুৰুষ সকল ॥ ২৮১৭০
হেন শুনি নাৰায়ণ গৈলন্ত ত্বৰিত ।
পাণ্ডৱত কহিলা যেহেন কথামৃত ॥
শুনি পাণ্ডৱৰ আনন্দৰ সীমা নাই ।
কৰিলা প্ৰশংসা ত্ৰাহি সাধু যদুৰায় ॥ ২৮১৭১

ধৃতৰাষ্ট্ৰৰ আগত সঞ্জয়ৰ দুৰ্য্যোধন নিহত হোৱা
বিবৰণ কথন

অন্ধক নৃপতি বোলে কহিয়ো সঞ্জয় ।
মহামানী দুৰ্য্যোধন দেৱৰো দুৰ্জ্জয় ॥
মোহোৰ তনয়জাত ত্ৰিজগতে জানি ।
সকলে পাত্ৰত তাক লেখে অগ্ৰগণী ২৮১৭২
দেৱৰ তনয় পাণ্ডৱৰ পাঞ্চ ভাই ।
মনুষ্যৰ পুত্ৰে তাক ভঙ্গাইলা গদাই ॥

ভীম হেন গদাধৰ থাকে মাৰ মাৰি ।
পাচে মাৰিলন্ত তাক অনিয়ম কৰি ॥ ২৮১৭৩
অযুত হস্তীৰ বল শৰীৰত যাৰ ।
যাৰ কোপ দেখি ভয় উপজে প্ৰজাৰ ॥
জম্বুদ্বীপ পৃথিবীৰ নাথ অধিকাৰী ।
লক্ষেক নৃপতি খাটিলেক জানু পাৰি ॥ ২৮১৭৪
হেনয় ৰাজাক লাথি হানিলেক শিৰে ।
সিয়ো অপমানক যে সহিলন্ত বীৰে ॥
যাক যি বুলিলা হেন গুণিলন্ত মনে ।
শুনি মন শান্ত হৌক কহিয়ো এখনে ॥ ২৮১৭৫
সঞ্জয় কহন্ত কথা শুনা মহাশয় ।
পাচে যেন ভৈল তযু পুত্ৰৰ বিলাই ॥
স্যমন্ত পঞ্চকে পৰি আছা উৰুভঙ্গে ।
দশনে অধৰ চৰ্ব্বি কম্পাৱয় খঙ্গে ॥ ২৮১৭৬
পৰিঘ সদৃশ বাহু ভূমিত পেলাই ।
পাচে হেন বচন বুলিলা মহাৰায় ॥
ধিক্ ধিক্ পাণ্ডৱ নৃপতি যুধিষ্ঠিৰ ।
ধৰ্ম্মক এৰিলা তুমি হুয়া মহাবীৰ ॥ ২৮১৭৭
একাদশ অক্ষৌহিণী মোৰ সেনাবল ।
হস্তী ঘোঁৰা ৰথ যেন সাগৰ বহল ॥
ভূৰিশ্ৰৱা কৰ্ণ দ্ৰোণ আৰ দেৱব্ৰত ।
চাৰি অতিৰথীক বধিলা অন্যায়ত ॥ ২৮১৭৮
মোহোক কৰিলা হত অনিয়ম ৰণে ।
ইকি কথা শুনিব ক্ষত্ৰিয় ৰাজাগণে ॥
সমৰ নিয়ম পৰিহৰি কৰে মন্দ ।
কোননো পণ্ডিতে শুনি কৰিবে আনন্দ ॥ ২৮১৭৯
ধিক্ ধিক্ ভীমসেন ক্ষেত্ৰি হুয়া জীৱে ।
অনিয়মে মাৰি মোক শিৰে লাথি দিয়ে ॥
যিটো প্ৰজা ৰণ চাহি নগৰক যাই ।
তাৰ মুখে বাৰ্ত্তা শুনিবেক বাপ মাই ॥ ২৮১৮০

মিত্ৰ পুত্ৰ ভ্ৰাতৃ বন্ধু সবাকো পালিলোঁ।
জম্বুদ্বীপে চক্ৰবৰ্ত্তী নৃপতি আছিলোঁ॥
মোত নাখাটিলা হেন পায় নৰেশ্বৰ।
পৃথিবীত ভোগ মই ভুঞ্জিলোঁ বিস্তৰ॥ ২৮১৮১
ৰিপু নৃপতিক জিনি কৰিলোঁহো এক।
ব্ৰাহ্মণক দিলোঁ দান পূজিলোঁ দেৱক॥
ক্ষত্ৰিয় জাতিৰ নিজধৰ্ম্ম পৰিহৰি।
সমুখ সমৰে বীৰ ব্ৰতক আচৰি॥ ২৮১৮২
ধৰ্ম্মক এৰিয়া দুৰাচাৰ পাণ্ডুগণে।
ধৰ্ম্মৱন্ত ৰাজাক বধিলা কূটৰণে॥
সৰ্ব্বলোকে দেখিলা যেহেন ভৈল ৰণ।
তাক নিন্দি মোক প্ৰশংসিলা দেৱগণ॥ ২৮১৮৩
যদি বোলোঁ অল্প আয়ু ভৈলেক আপুনে।
ইহাৰ সিদ্ধান্ত শুনা থিৰ কৰি মনে॥
পৃথু পুৰুৰবা গাধি মান্ধাতা সগৰ।
খট্বাঙ্গ উত্তানপাদ ৰাম ৰঘুবৰ॥ ২৮১৮৪
পৃথিৱীৰ পাত্ৰ ক্ষত্ৰ শাস্ত্ৰত কহয়।
ভুঞ্জিলে ভুকুতি মৰি স্বৰ্গক পাৱয়॥
যশ হেন পুষ্পক পিন্ধয় যত্ন কৰি।
অনিত্য জীৱন যাইব আজি কালি কৰি॥ ২৮১৮৫
যুদ্ধ বিনে মৰণ নিন্দিত ক্ষত্ৰিয়ৰ।
সি কাৰণে মৰো কৰি সমুখ সমৰ॥
জিনিলে পাণ্ডৱে মোক কূট ৰণ কৰি।
সি লোকত দিন ভুঞ্জিবেক বসুন্ধৰী॥ ২৮১৮৬
পাণ্ডৱে জিনিলে নাম থাকিল আমাৰ।
গাৱে গাৱে একো পৰ্ব্ব ভাৰত পয়াৰ॥
এহি বুলি তযু পুত্ৰে থাকিলন্ত তথা।
পিতৃ মাতৃ আমাৰ শুনিবে এহি কথা॥ ২৮১৮৭
স্বধৰ্ম্ম জানিয়া দিবো হৃদয়ত ঠাই।
অনাথ ভৈলেক মোৰ বৃদ্ধ বাপ আই॥
দুঃশলা ভগিনী মোৰ জীৱে কেন কৰি।
সুত ভ্ৰাতৃ ভাৰ্য্যাৰ স্বামীয়ো গৈলা মৰি॥ ২৮১৮৮
সবে কৰ্ম্মফল ভুঞ্জা কাৰো দোষ নাই।
এহি জানি সবেয়ো চিত্তক দিয়া ঠাই॥
এহি শুনি তথাত আছয় দুৰ্য্যোধন।
বোলা ৰাম ৰাম সবে সভাসদগণ॥ ২৮১৮৯

---

অৱশিষ্ট কৌৰৱ সেনানীৰ বিলাপ

ছবি

কৃপ কৃতবৰ্ম্মা দ্ৰোণী লোকৰ মুখত শুনি
সমৰ ভূমিত লৰিলন্ত।
দেখিলন্ত পাচে যাই পৰি আছে কুৰুৰায়
পুৰন্দৰ যেন স্বৰ্গহন্ত॥
কৃপ দ্ৰোণ-তনয়ৰ শোকে দহে কলেৱৰ
কি ভৈলা বিলাই কুৰুৰাজ।

একাদশ অক্ষৌহিণী সেনাবীৰ চূড়ামণি
মহাৰথী নৃপতি সমাজ ॥ ২৮১৯০
কৈত গৈল দণ্ড ছত্ৰ দন্তবাক্য বাদ্যভণ্ড
কৈত গৈলা হয় হস্তী ৰথ।
চামৰে ঢোলন্তা নাই ধূলি ধূসৰিত কায়
উৰুভঙ্গে ভৈলা ভূমিগত ॥
তুমি আমি দুয়োজন অস্ত্ৰ শিখি সৰ্ব্বক্ষণ
শিশু ধৰি ফুৰোঁ কৌতুহলে।
আজি এৰি কৈত যাস মোহোৰ ছেদিয়া আশ
এহি বুলি ধৰিলন্ত গলে ॥ ২৮১৯১
শেয়তি পুষ্পৰ সম হংস তুমি মনোৰম
পাৰি থৰে হংসিনীসকলে।
উৰুত তুলিয়া ভৰি জাণ্টে অল্প অল্প কৰি
থাকা তুমি মন কৌতুহলে ॥
অগৰু চন্দনে কায় শোভা কৰে সৰ্ব্বদায়
উপৰত শ্বেত ছত্ৰ তুলি।
কিনো ভৈলা দৈৱগতি আজি হেন নৰপতি
ভূমিত পৰিলা ধূলি লাগি ॥ ২৮১৯২

অশ্বত্থামাক সেনাপতি বৰণ

লেছাৰি

দুৰ্য্যোধন ৰাজা বোলে বাণী শুনা কুৰুপুত্ৰ মহামানী
মোহোৰ নিমিত্তে শোক নুযুৰায়।
সুখ ভোগ যত দুখ শোক ভুঞ্জে দেখা আক সৰ্ব্বলোক
কাল কৰ্ম্ম দৈৱপতিয়ে আনি মিলায় ॥
সসাগৰা পৃথিবীৰ ৰাজা জম্বুদ্বীপ আদি মোৰ প্ৰজা
দেৱ ঋষি পিতৃ অতিথি অগ্নি পূজিলোঁ।

কালকৰ্ম্মে দিলা যত দিন ধৰিছিলোঁ৷ মই ৰাজচিন
দেৱতাৰ যোগ্য বিস্তৰ বস্তু ভুঞ্জিলোঁ। ॥ ২৮১৯৩
বিধিৰ লিখিত যাৰ যৈত তাক এৰাইবাক পাৰে কৈত
জন্ম মৃত্যু জৰা সুখ দুখ চিন্তা বৰ শোক।
যদি বেদশাস্ত্র সত্য হয় তেৱে মোৰ কিছু নাহি ভয়
চমুৰণে মোক প্রশংসিলা দেৱলোক ॥
পুত্র মিত্র গুৰু পিতামহ সমৰ কৰিলোঁ৷ যাত গহ
তাসম্বাৰ সঙ্গে চলি যাওঁ স্বৰ্গলোক।
তুমি চিৰঞ্জীৱ থাকিবাহা বৃদ্ধ পিতৃমাতৃ পালিবাহা
মোক প্রতি আৰে কেহো নকৰিবা শোক ॥২৮১৯৪
এতেক বুলিয়া কুৰুৰায় চক্ষুৰ লোতক বহি যায়
মৌনে বহিলন্ত তিনিৰো মুখক চাই।
দেখি মহাবীৰ অশ্বত্থামা নৃপতিৰ শোক নাই ক্ষমা
কৰিলা শপত পুনু যুঁজিবাক পাই ॥
অন্যায়ে পিতৃক কৈলা হত তাতো নভৈলেক হেনমত
তযু শোকে আজি যিমতে পুৰে শৰীৰ।
সবে তপ ধৰ্ম্ম হৰে ছন্ন পাচে চলি যাইবো তপোবন
আনিবে নপাৰো যদি পাণ্ডৱৰ শিৰ ॥ ২৮১৯৫
তযু প্রিয় সাধি এহিক্ষণে পাচে চলি যাইবো তপোবনে
তোমাৰ হুইবেক যেন প্রয়োজন।
থাকিয়োক দুৰ্য্যোধন ৰাজা মাৰো৷ পাণ্ডু পাঞ্চালৰ ৰাজা
পাণ্ডৱৰ শিৰ কাটি আনো৷ এতিক্ষণ ॥
শুনিয়োক সভাসদ নৰ পুণ্য পদ মহাভাৰতৰ
আন শাস্ত্র সবে নুহিকে আৰ উপাম।
কহয় উপনিষদ সাৰ আত পৰে মূল নাহি আৰ
বোলা জয় হৰি কৃষ্ণ কৃষ্ণ ৰাম ৰাম ॥ ২৮১৯৬

---

অশ্বত্থামা প্ৰভৃতিৰ যুদ্ধযাত্ৰা

পদ

সঞ্জয় বদতি কথা শুনা মহাশয়।
কৰিলা প্ৰতিজ্ঞা যেবে দ্ৰোণৰ তনয় ॥
হেন শুনি তযু পুত্ৰে ভৈলা আনন্দিত।
আন্দোলেক দিয়া উঠি বসিলা মাটিত ॥ ২৮১৯৭
কৃপক চাহিয়া হেন বুলিলন্ত বাণী।
এতিক্ষণে জল কলসেক দিয়া আনি ॥
মৰণ কালত পাওঁ তযু হাতে পানী।
শুনি কৃপে জল কলসেক দিলা আনি ॥ ২৮১৯৮
চক্ষু মুখ পখালিয়া বুলিলন্ত বাণী।
শুনিয়োক গুৰুপুত্ৰ গৌতমী-নন্দনি ॥
গুৰুদ্ৰোণ-সুত অশ্বত্থামা মহাৰথী।
এতেক বীৰক পাতিয়োক সেনাপতি ॥ ২৮১৯৯
ৰাজাৰ আদেশে বীৰে ধৰি দুয়োজন।
বিধিমতে সেনাপতি পাতিলা তেখন ॥
আশংসি শিৰত দিলা অভিষেক জল।
ৰণজয় হুইব হেন পাইলন্ত মঙ্গল ॥ ২৮২০০
অশ্বত্থামা মহাবীৰ বিশাল শৰীৰ।
সাগৰ গম্ভীৰ বীৰ গুণৰ মন্দিৰ ॥
জয়বাদ্য মহাশঙ্খ নাদ কৰিলন্ত।
এহিমতে অশ্বত্থামা বীৰ চলিলন্ত ॥ ২৮২০১
থাকিয়োক মহামানী ৰাজা দুৰ্য্যোধন।
তযু শত্ৰু মাৰি জয় সাধিবো এখন ॥
এহি বুলি পয়াণ কৰিলা মহামানী।
যেন পশু বধিতে ধাইলা শূলপানি ॥ ২৮২০২
কৃপ কৃতবৰ্ম্মা দুয়ো তুল্যে ভৈলা সাজ।
কদলী বনক যেন ধাইলা তিনি গজ ॥
দুৰ্য্যোধন ৰাজা ৰহিলন্ত বাট চাই।
উৰু ভঙ্গে ৰুধিৰে লেপিত হুয়া কায় ॥ ২৮২০৩
যদ্যপি বেদনা কৰে সকলে শৰীৰ।
ৰণত দুৰ্জ্জয় দুৰ্য্যোধন মহাবীৰ ॥
এহি মানে গদাপৰ্ব্ব ভৈলা সমাপতি।
শুনিয়ো সংক্ষেপে নৃপতিৰ স্বৰ্গগতি ॥ ২৮২০৪

ধৃষ্টদ্যুম্ন আৰু দ্ৰৌপদীৰ পঞ্চপুত্ৰ বধ

কৃপ কৃতবৰ্ম্মা অশ্বত্থামা তিনিজন।
পাণ্ডৱগণৰ থান পাইলা সেহিক্ষণ ॥
দ্বাৰত শঙ্কৰ আছে পাইলা দৰিশন।
স্তুতি নতি কৰি তাঙ্ক কৰাইলা প্ৰসন্ন ॥২৮২০৫
তান অনুমতি প্ৰবেশিলা প্ৰাঞ্চি ভেদি।
পাঞ্চাল সোমক ৰাজা পেলাইলন্ত ছেদি ॥
তীক্ষ্ণ নখে ভেদিলন্ত ধৃষ্টদ্যুম্ন শিৰ।
অস্ত্ৰ হানি কাটিলন্ত আন যত বীৰ ॥ ২৮২০৬
পাণ্ডৱৰ পাঞ্চ ভাই ৰৈলা নদীতীৰে।
পাঞ্চপুত্ৰ পায়া শিৰ কাটিলন্ত বীৰে ॥
পঞ্চ পাণ্ডৱৰ শিৰ হেন মনে মানি।
জয় বাদ্য বজাই লৰিলা মহামানী ॥ ২৮২০৭
নালাছেদি লৈলা যেন পাঞ্চটা কমল।
গাৱ ঢাকি পাঞ্চৰো বহৱে যেন জল ॥

দুৰ্য্যোধনৰ মৃত্যু

অঙ্গ ভঙ্গ কৰিয়া নাচয় বাদ্য বাই।
দুৰ্য্যোধন ৰাজাৰ সমীপ পাইলা যাই ॥ ২৮২০৮
পাঞ্চালীক আগত যোগাইলা তেতিক্ষণ।
মৰিল পাণ্ডৱ জানিলেক দুৰ্য্যোধন ॥
ৰণজয় হুয়া হাসিলেক কতোক্ষণ।
স্বৰ্গহন্তে আসিলা বিমান তেতিক্ষণ ॥২৮২০৯
প্ৰাণ পৰিহৰি ৰাজা চৰি বিমানত।
দুন্দুভি বজাৱে দেৱে প্ৰশংসে স্বৰ্গত ॥

এহিমতে পাণ্ডৱে যে মাৰিলা কৌৰৱ।
তুনাই পাণ্ডৱক ৰাজ্য দিলন্ত মাধৱ ॥ ২৮২১০

### পাশাত শকুনিৰ জয়ৰ কাৰণ

জন্মেজয় বদতি শুনিয়ো মহামুনি।
যিবা হেতু পাশাশ্রমী ভৈলন্ত শকুনি ॥
যেহি ঢাল ঢালে সেহি পৰে ব্যৰ্থ নাই।
কহিয়োক গুৰু আৰ শুনোঁ অভিপ্রায় ॥ ২৮২১১
ঋষি নিগদতি ৰাজা শুনা পূৰ্ব্বকাজ।
গান্ধাৰক দেশৰ গান্ধাৰ মহাৰাজ ॥
গন্ধৱতী গন্ধৰ্ব্বী তাহান দুই জায়া।
পুত্ৰবৰ সাধিলেক শঙ্কৰক পায়া ॥ ২৮২১২
দুইহন্তে লভিলা পুত্ৰ শতেক ষোড়শ।
পৰম সুন্দৰী আৰো কন্যা চতুৰ্দ্দশ ॥
তেঢ় জীউ যোল্ল কন্যা পুত্ৰ গন্ধৰ্ব্বীৰ।
পৰম ধৰ্ম্মিষ্ঠ সবে গুণৰ মন্দিৰ ॥ ২৮২১৩
গন্ধৱতী শত পুত্ৰ লভি এক কন্যা।
গান্ধাৰী নামতে তিনি জগততে ধন্যা ॥
গান্ধাৰীত হন্তে ভৈলা শতেক তনয়।
দুৰ্য্যোধন আদি কৰি পৰম দুৰ্জ্জয় ॥ ২৮২১৪
নামানয় পিতামাতা গুৰু গৌৰৱক।
এক দিনা বুলিলন্ত গান্ধাৰী মাৰক ॥
পাণ্ডৱক অপকাৰ কৰো যত যত।
জৌগৃহ দাহ বিষদান সঙ্কটত ॥ ২৮২১৫
মাতুলৰ পুত্ৰে ৰাখে অনেক উপায়।
তোৰ ভ্ৰাতৃগণে মোৰ নভজে সহায় ॥
এহি বুলি মন্দ দুৰ্য্যোধন দুৰাচাৰ।
শতেক মাতুল বন্দী কৰি একবাৰ ॥ ২৮২১৬
কাঠৰ শালত থৈলা সবাকো দণ্ডিয়া।
সবেকৰ মাজে চাউল দেই একন্তিয়া ॥
শত যাজি জ্যেষ্ঠ ভাই পৰম শোভন।
সোদৰ সবাক দুখে বুলিলা বচন ॥ ২৮২১৭
অকৌৰৱা পৃথিৱী কৰিব যিটো জনে।
সেহি চাউল কঠা ভুঞ্জিবেক সিটোজনে ॥
শতেক সোদৰে মনে নমাতিলা গুণি।
সবাৰো কনিষ্ঠ মাতি উঠিলা শকুনি ॥ ২৮২১৮
মই কৰিবোহো পৃথ্বী কৌৰৱ বৰ্জ্জিত।
ইষ্টদেৱ আছে মোৰ শঙ্কৰ নৈঋত ॥
এহি বুলি শকুনি ভুঞ্জিলা সেহি অন্ন।
অনাহাৰে শতভাই ত্যজিলা পৰাণ ॥ ২৮২১৯
সবাৰো শৰীৰ দিয়া নৈঋতক পূজি।
পাশাৰ যে জয়ক লৈলেক তান্ত খুজি ॥
শতেকৰ অৱশেষ ৰহিলা আপুনি।
সিকাৰণে নাম তাৰ থাকিলা শকুনি ॥ ২৮২২০
শত যাজি দাদাৰ বাহুৰ দুই হাৰে।
পাশা গুটি কাটিলন্ত কৌৰৱত আৰে ॥
সিহেতু পাশাত যেহি ঢালন্ত শকুনি।
সেহি ঢালে নৈঋতিয়ে পেলাৱে আপুনি ॥ ২৮২২১
সিকাৰণে যুধিষ্ঠিৰে পাশা হাৰিলন্ত।
সভাৰ্য্যা সোদৰে বনবাস খপিলন্ত ॥
ভাৰতৰ কথা শুনিয়োক ৰঙ্গ কৰি।
আন যত কথাচয় সবে পৰিহৰি ॥
এহিমানে ভাৰতৰ পৰ্ব্বৰ কাহিনী।
সভাসঙ্গে হৰি বোলা ৰামকৃষ্ণ বাণী ॥ ২৮২২২

---

### দুলড়ী

নমো কৃষ্ণদেৱ দণ্ডৱতে সেৱ
কৰোঁ কোটি শতবাৰ।
তস্য অনুমতি ৰচিলোঁ সম্প্ৰতি
ভাৰত ইটো পয়াৰ ॥

সমৰ্পিলো মনে তোমাৰ চৰণে
তুষ্ট হুয়ো মোক প্ৰতি।
নাই গতি আন তযু পদে ধ্যান
তযু নামে হৌক ৰতি ॥ ২৮২২৩
যিটো কৃপাময় ছেদিলা সংশয়
দেখায়া আপুন থান।
উপনিষদৰ তন্ত্ৰ ৰহস্যৰ
কৰি দিলা দিব্য জ্ঞান ॥
দেৱতাৰ গতি আশ্ৰয় সম্প্ৰতি
গুৰুদেৱ মনুষ্যৰ।
দেৱ ঋষিগণ কৰাই দৰিশন
দিলাহা দিব্য অক্ষৰ ॥ ২৮২২৪
উপনিষদৰ তন্ত্ৰ ৰহস্যৰ
পৰম গোপনী হেতু।
অলৌকিক জ্ঞান মোক্ষৰ নিদান
ঘোৰ সংসাৰৰ হেতু ॥
কিন্তু কলিমলে ব্যাপিলে সকলে
হৰিনামে ধ্বনি কৰি।
নাহি ভক্তি জ্ঞান মোক্ষৰ নিদান
ফুৰে মাত্ৰ বেশ ধৰি ॥ ২৮২২৫
অনত্ৰ অজ্ঞান গুৰু শিষ্য মান
নজানয় পুছিবাক।
তযু নিজধৰ্ম্ম বেদ তত্ত্ব মৰ্ম্ম
কিমতে দিবোহো তাক ॥
তযু আজ্ঞাবাণী মন্ত্ৰৰ কাহিনী
কৈবাৰ নপাই পাত্ৰ।
কিন্তু বিবক্ষাবে ভূত দয়াতবে
শাস্ত্ৰেসে বিদ্ধিলে মাত্ৰ ॥ ২৮২২৬
গুৰুৰ শিষ্যৰ নাহিঁকে অন্তৰ
আকাশ পৱন সম।
আছয় একত্ৰে দেখিয়ো সৰ্ব্বত্ৰে
নেদেখে তাক অধম ॥
তাহাৰ আগতে কহিবো কিমতে
ইটো মহা ব্ৰহ্মজ্ঞান।
ৰহস্য বেদৰ জ্ঞান তত্ত্বপৰ
সন্তেসে যাৰ প্ৰমাণ ॥ ২৮২২৭
নমো হৃষীকেশ জ্ঞান উপদেশ
দিলা যিটো কৃপা কৰি।
তোমাৰ অভয় চৰণ দুতয়
থাকোঁ যেন সদা স্মৰি ॥
অনিত্য দেহৰ ইন্দ্ৰিয় সঙ্গত
ভোগ্যতে আসক্ত মন।
মিলিব বৈৰাগ নাহি মোৰ ভাগ
কালে ধৰে যেতিক্ষণ ॥ ২৮২২৮
ভক্তি তযু পাৱে তযু নাম গাৱে
তবেসে সংসাৰ ঘোৰ।
তুমি কৃপাময় হুয়োক সদয়
বাঞ্ছা সিদ্ধি হৌক মোৰ ॥
দেহৰ লগত দুখ নানা মত
ভুঞ্জিয়া নপাওঁ পাৰ।
মনোৰম চয় নিতে ক্ষয় হয়
সাধন্তে ভুঞ্জো নিকাৰ ॥ ২৮২২৯
দেখা শিষ্টজন কালৰ মহত্ত্ব
কৈল কেন বিপৰীত।
ঘোৰ কলিমলে ব্যাপিল সকলে
অসত্যত মাত্ৰ ৰত ॥
মুগুচে কপট বেশধাৰী নট
যেন ভৈল লোকচয়।
শিষ্যে আচাৰ্য্যক ভাৰ্য্যায়ে স্বামীক
ব্যাপক পুত্ৰে ভাণ্ডয় ॥ ২৮২৩০

ফলহীন তৰু মন্ত্ৰহীন গুৰু
শস্যহীন বসুমতী।
মিত্ৰ স্নেহহীন গো বৎসহীন
কালৰ হেনসে গতি ॥

গদাপৰ্ব্ব কথা অতিকে গহন
সংক্ষেপ কৰিয়া কৈলোঁ।
নাই শাস্ত্ৰ জ্ঞান অতি শিশু মতি
নিজে কবিচন্দ্ৰ বোলোঁ। ॥ ২৮২৩১

গদাপৰ্ব্ব সমাপ্ত

অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

## ঐষিক পৰ্ব

মঙ্গলাচৰণ আৰু বৈশম্পায়নৰ প্ৰতি জন্মেজয়ৰ প্ৰশ্ন

পদ

জয় জয় জগন্নাথ সনাতন হৰি।
পৰম পুৰুষ ত্ৰৈলোক্যৰ অধিকাৰী ॥
দুষ্টৰ অন্তক তুমি সন্তৰ পালক।
চৰণে শৰণ লৈলোঁ ৰাখিয়ো আমাক ॥ ১
তুমিসি জীৱৰ গতি মতি আৰো বিধি।
তোমাৰ সেৱাত হোৱে সৰ্ব্ব কাৰ্য্য সিদ্ধি ॥
এতেকতে আৰোবাৰ কৰোঁ নমস্কাৰ।
পৰম পতিত জানি ৰাখিবা ইবাৰ ॥ ২
সবে সমজ্যাক বোলোঁ কৰপুটে বাক।
মহামূঢ় জানি নিন্দা নকৰা আমাক ॥
আছে নানা দোষচয় যদিবা পদত।
ভাৰতৰ পদ বুলি হৈয়ো সন্তোষিত ॥ ৩
পুৰাণৰ সাৰ গ্ৰন্থ ব্যাসৰ ৰচিত।
হেনয় শাস্ত্ৰক শুনি সজ্জন মুখত ॥
কায়মনে সজ্জন সবাৰো পাৱে নমি।
ঐষিক পৰ্ব্বৰ কথা বিৰচিলোঁ আমি ॥ ৪
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
চোৰ-যুদ্ধ কৰি ৰাত্ৰি দ্ৰোণৰ তনয় ॥
ধৃষ্টদ্যুম্ন শিখণ্ডী প্ৰভৃতি বীৰগণ।
পাণ্ডৱৰ পঞ্চপুত্ৰ সঙ্গে সেনাগণ ॥ ৫
সমস্তকে মাৰি যেবে কৰিলা প্ৰস্থান।
বাৰ্ত্তা পাই কি কৰিলা পাণ্ডুৰ নন্দন ॥
কহিয়োক মহামুনি কথা সবিশেষ।
পাণ্ডৱে ত্যজিলা কেনে শিবিৰ আবাস ॥ ৬
ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ পৰম ধাৰ্ম্মিক।
কায়মনোবাক্যে সদা উপাসে কৃষ্ণক ॥
হেনয় জনৰ হেন বিপত্তি মিলিল।
শুনন্তে আমাৰো ভৈলা হৃদয় আকুল ॥ ৭
বৈশম্পায়ন বদতি ওবা নৰপতি।
পুছিলাহা কথা যিটো শুনা মহামতি ॥
কুৰুক্ষেত্ৰ যুদ্ধ ভৈলা অষ্টাদশ দিন।
শিবিৰতে থাকিলন্ত পাণ্ডুপুত্ৰগণ ॥ ৮
নব দশ দিনে দুৰ্য্যোধন উৰুভঙ্গ।
কুৰুক্ষেত্ৰে যুদ্ধ শেষ পাণ্ডৱৰ ৰঙ্গ ॥
উৰু ভাঙ্গি মহাদুখে হাকুলে ব্যাকুলে।
কুৰুপতি ঢলিয়া পৰিল ক্ষিতিতলে ॥ ৯
ইটো যেন পাণ্ডৱৰ আনন্দৰ ভাষ।
নিজনাৰী সমূহত কৰিব প্ৰকাশ ॥
মাতৃদেৱী কুন্তীৰ চৰণে সেৱা কৰি।
কুৰুক্ষেত্ৰ ৰণ জয় কহিবো বিৰৰি ॥ ১০

হেন আলোচিয়া মনে পাণ্ডুপুত্ৰগণ।
লগত সাত্যকি আৰো দৈৱকীনন্দন॥
শিবিৰত নথাকিয়া ইন্দ্ৰপ্ৰস্থে গৈলা।
কুন্তীৰ আদেশে তৈত ৰজনী বঞ্চিলা॥ ১১
এতেকে মিলিল জানা হেন অথন্তৰ।
পাণ্ডৱ থাকিলে কিবা শকতি দ্ৰৌণীৰ॥
দৈৱেসে সবাৰো হয় সম্পদৰ মূল।
দৈৱবলে অশ্বত্থামা পাইলা বুদ্ধি বল॥ ১২
জন্মহন্তে বাঢ়ি শিশু যৌবন লভয়।
বাৰ্দ্ধক্য দুৰ্ব্বল আৰো শেষত মৰয়॥
স্থূল শৰীৰৰ জানা এহি যে বিকাৰ।
কৰ্ম্মফল বুলি বুজিয়োক নৰেশ্বৰ॥ ১৩
পূৰ্ব্বজন্ম কৰ্ম্মফলে হয় দৈৱবল।
দৈৱ অনুসৰি মিলে সুখ দুখ ফল॥
দেহৰ স্থূলতা কয় বৰ্ণ বুদ্ধি বল।
আয়ু জ্ঞান কৰ্ম্ম ভাব দৈৱৰ সম্বল॥ ১৪
দৈৱেসে সবাৰ বল হয় কালে কালে।
দৈৱৰ কাৰণে দেহে তিনি তাপ মিলে॥
আধিভৌতিক আধিদৈৱিক আৰো আধ্যাত্মিক।
তিনি তাপে দগ্ধ কৰে বিষয়ী জনক॥ ১৫
এতেকে বুজিবা তুমি নৃপ মহাবল।
দৈৱৰ কাৰণে পাই বুদ্ধি আৰো বল॥
অশ্বত্থামা বিনাশিল পাণ্ডৱ কটক।
দৈৱদোষে পাণ্ডৱৰ মিলে মহাশোক॥ ১৬
এতেকে তত্ত্বক জানি সাধু সন্ত লোক।
সুখে দুখে সমজ্ঞান ৰখানি দৈৱক॥
কৃষ্ণৰ সেৱাত সাফলয় আশা কাম।
বিৰচিল কালিদাস বোলা ৰাম ৰাম॥ ১৭

---

### যুধিষ্ঠিৰৰ আগত শিবিৰৰ বাৰ্ত্তা বৰ্ণন

**পদ**

বৈশম্পায়ন বদতি শুনিয়ো নৰপতি।
অশ্বত্থামা ত্যজি মৃত্যু প্ৰবাহৰ ভীতি॥
পাণ্ডৱ শিবিৰ ত্যজিলন্ত যেতিক্ষণ।
শেষ নিশা আছে ৰাত্ৰি অৰ্দ্ধপৰ মান॥ ১৮
অনন্তৰে ভৈলা যেৱে ৰজনী প্ৰভাত।
আছিলন্ত যিবা শুতি মৃতক সঙ্গত॥
আছিলন্ত যত জন আৰে বেৰে গই।
মৃত্যু ভয়ে ভীত হুয়া নিজক লুকাই॥ ১৯
সমন্তয়ে আসি দেখি লোকৰ বিপত্তি।
কান্দিবে লাগিল বান্ধৱৰ বধ প্ৰতি॥
কেহো দাদা খুৰা বুলি কান্দে বিঙ্গিয়াই।
কেহো শোকে স্তব্ধ হুয়া লোতক তেজয়॥ ২০
হেনমতে কান্দি পাচে কিছু সুস্থ হুই।
অনন্তৰে আলোচিয়া নানা কথা কই।
মৰিলন্ত ধৃষ্টদ্যুম্ন দ্ৰুপদনন্দন।
আছিল সাৰথি তান মহাৰথ নাম॥ ২১
তাঙ্ক আদেশিলা সবে শুনা মহাশয়।
পাণ্ডৱক বিসংবাদ কহিতে যুৱাই॥
অনন্তৰে বাৰ্ত্তা লই সাৰথি প্ৰধান।
ইন্দ্ৰপ্ৰস্থ লাগি পাচে কৰিলা গমন॥ ২২
নিশি অৱসানে যেৱে ভৈলন্ত প্ৰভাত।
শয্যা ত্যজি যুধিষ্ঠিৰ স্নানিল গঙ্গাত॥
স্নান অন্তে কৰিলন্ত সন্ধ্যা আচমন।
কেশৱৰ স্থূল মূৰ্ত্তি হৃদে কৰি ধ্যান॥ ২৩
অনন্তৰে বসিলন্ত ৰাজ সমাজত।
যেন ইন্দ্ৰ বিৰাজিত দেৱৰ সভাত॥
সেহিবেলা উপস্থিত সাৰথি প্ৰধান।
নয়নে লোতক ঝৰে বিষণ্ণ বদন॥ ২৪
পাচে দণ্ডৱন্তে নৃপতিক প্ৰণামিলা।
মহাশোকে দগ্ধ হুয়া কান্দিবে লাগিলা॥

যুধিষ্ঠিৰ বদন্তি কহিয়ো অভিপ্ৰায়।
ৰাজসমাজত কান্দিবাক সুমুৰাই ॥ ২৫
ৰাজাৰ বচনে দূত ফোকাৰি ফোকাৰি।
কথমপি প্ৰাণটাকি শোক দূৰ কৰি ॥
গদ গদ স্বৰে পাচে বচন বুলিলা।
পাঞ্চাল সাৰথি আজি সৰ্ব্বশূন্য ভৈলা ॥ ২৬
শিবিৰৰ বাৰ্ত্তা শুনিয়োক মহাৰাজ।
দ্ৰোণপুত্ৰে অশ্বত্থামা কৰিলা অকাজ ॥
মধ্যৰাত্ৰি নিশব্দে প্ৰহৰীক মাৰি।
অভ্যন্তৰে পশিলন্ত নানা অস্ত্ৰ ধৰি ॥ ২৭
পৰম সন্তোষে কৰি বিশিষ্ট ভোজন।
নিদ্ৰাক লভিল শিবিৰৰ যত জন ॥
নিদ্ৰা মৃত্যু সমতুল্য সকলে জানয়।
নিদ্ৰিত জনক পাই দ্ৰোণৰ তনয় ॥ ২৮
শত শত ৰথ ৰথী কটক মাৰিলা।
যেন মুহূৰ্ত্ততে শিবিৰক বিধ্বংসিলা ॥
পৰম পাপিষ্ঠ দ্বিজ স্বভাৱে বলিষ্ঠ।
চিন্তিলেক পাণ্ডৱৰ পৰম অনিষ্ট ॥ ২৯
দ্ৰুপদ বিৰাট আদি বংশ বলিয়াৰ।
সমস্তকে মাৰিলন্ত যত আপোনাৰ ॥
দ্ৰৌপদীৰ পঞ্চপুত্ৰ সবে ভৈলা নাশ।
পাণ্ডৱৰো বংশ যেন কৰিলা নিশেষ ॥ ৩০
ঘোৰ অন্ধকাৰ ৰাত্ৰি নিদ্ৰাত বিভোল।
এতেকে আমাৰ অস্ত্ৰ-শস্ত্ৰ ব্যৰ্থ ভৈল ॥
চুৰ ভৈল দম্ভ দৰ্প সমস্ত বীৰৰ।
সৰ্ব্বশূন্য কৰিলন্ত পাণ্ডৱ শিবিৰ ॥ ৩১
শয্যাতে মাৰিলা সবে নানা অস্ত্ৰ ধৰি।
কত জনে ৰাখা বুলি পাৰে ধাউ গেৰি ॥
কাৰো হাত ভৰি ভাঙ্গি পাচে লোৱে প্ৰাণ।
ভুকু কিল মাৰি কাৰো নাশিল জীৱন ॥ ৩২
হেনমতে অশ্বত্থামা বিকৰ্ষি মাৰিলা।
চেতন লভিয়া সবে পলাইবে চাহিলা ॥
চণ্ডবেগে পায় যেৱে শিবিৰ দুৱাৰ।
মুণ্ড গাণ্ডি ছেদি সমস্তৰে সাহে মাৰ ॥ ৩৩

কাৰ্য্যত বুজিলোঁ। নিষ্ঠ মহা অস্ত্ৰ ধৰি।
আছিলন্ত দুৱাৰত বিশাল প্ৰহৰী ॥
পৰি পৰি আছে যেনমতে জাম্বু শিৰ।
সুমৰণে হিয়া মোৰ কাম্পে থৰ থৰ ॥ ৩৪
আছে যিবা জন তাৰো যিমত দুৰ্গতি।
বিশেষ বখানি কৈবে নাহিকে শকতি ॥
শয্যাৰ তলত কেহো থাকিলন্ত পৰি।
প্ৰাণক ৰাখিলা কেহো শিবিৰত ঘূৰি ॥ ৩৫
মৃতক লগতে কেহো কৰিলা শয়ন।
নিশ্বাস নেতেজে ভয়ে যেন মৃত জন ॥
আমিয়ো ৰাখিলোঁ। প্ৰাণ মৃতক পৰায়।
তৰিলোঁ। দুষ্টৰ মৃত্যু যাতনা এৰাই ॥ ৩৬
শুনি সভাসদ লোকে কৰে কোলাহল।
হায় হায় অশ্বত্থামা কি কাৰ্য্য সাধিল ॥
কুৰু আৰো পাণ্ডৱৰ গুৰু দ্ৰোণাচাৰ্য্য।
তাৰ পুত্ৰ কৰিলন্ত এতেক কুকাৰ্য্য ॥ ৩৭
শুনন্তে কাৰ্য্যক লোম শিহৰে গাৱৰ।
ধিক ধিক অশ্বত্থামা কিনো দুৰাচাৰ ॥
উৰু ভাঙ্গি মৰা নাই দুষ্ট দুৰ্য্যোধন।
তাহাৰ কাৰণে ভৈল এতেক ঘটন ॥ ৩৮
আজ্ঞা হৌক নৃপতিৰ আমি সবে যাওঁ।
কৈত আছে অশ্বত্থামা প্ৰতিশোধ লওঁ ॥
বেঢ়ি ধৰি ভুকু কিলে সাধিম বিলয়।
স্বৰূপে চণ্ডাল ব্ৰহ্মবধে নাহি ভয় ॥ ৩৯
দুৰ্য্যোধন ৰাজাৰো ভৰিত লগাই জৰী।
চোচৰাই লই ফুৰোঁ। হস্তিনা নগৰী ॥
এহিমতে বুলি সবে নানা কটু বোল।
সমজ্যাৰ লোক মানে ভৈল উতৰোল ॥ ৪০
শুনা সভাসদ পদ ঐষিক পৰ্ব্বৰ।
কেদিন জীৱন আছে বিষয়ী জনৰ ॥
দম্ভ দ্বেষ কাম ক্ৰোধে নছাৰে সঙ্গতি।
ৰাম নাম বিনা কাৰো নাহি আন গতি ॥ ৪১
অন্তকালে যাইবে লাগে যমৰ আলয়।
জানি কৃষ্ণপদে সবে কৰাহা আশ্ৰয় ॥

মানৱ জন্মৰ এহি পৰমাৰ্থ কাম।
বিৰচিল কালিদাস বোলা ৰাম ৰাম ॥ ৪২

---

যুধিষ্ঠিৰৰ খেদ আৰু শিবিৰলৈ আগমন

ছবি

জৈমিনি বদতি বাণী শুনিয়োক নৃপমণি
অনন্তৰে ৰাজা যুধিষ্ঠিৰ।
অসংখ্য কটক সমে পঞ্চপুত্ৰে বধিলন্ত
শুনি ইটো বাৰ্ত্তা গুৰুতৰ ॥
শোকে গৈলা হিয়া জ্বলি ভূমিত পৰিল ঢলি
মুখত নসৰে কিছু বাণী।
ভীম আদি ভ্ৰাতৃ চাৰি ধৰিলন্ত আকোৱালি
মহাশোকে শোকাকুল জানি ॥ ৪৩
স্তব্ধ ভৈলা কিছুক্ষণ নাহি যেন স্মৃতি জ্ঞান
চক্ষুৰ লোতক বহে ধাৰে।
অনন্তৰে স্মৃতি পাই শোকাকুল আতিশয়
বচন ত্যজয় ধীৰে ধাৰে ॥
কিনো বিপৰীত বিধি যাক আমি বাদ সাধি
স্ববলে কৰিলোঁ পৰাজিত।
হেন শত্ৰু হাততেই পুনু ভৈলোঁ পৰাজয়
যিটো চিন্তা নিমিলে স্বপ্নত ॥ ৪৪
মনে মোৰ অনুমান যদিবা মনীষী জন
কাল গতি সবাৰো অজ্ঞাত।
বান্ধবাদি সমে বৈৰী সমস্ত নিশেষ কৰি
শেষে আমি ভৈলোঁ পৰাজিত ॥
দৈৱবল প্ৰভাৱত মনুষ্যৰ মিলে হিত
অনৰ্থয়ো অৰ্থক মিলায়।
দৈৱৰ বিষম বল অৰ্থ অনৰ্থৰ মূল
জন্ম জীৱনক ধিক্কাৰয় ॥ ৪৫
পাণ্ডৱৰ জয়লাভ ভৈলা জানা হেনমত
জয়লাভে ভৈলোঁ পৰাজিত।
বিপক্ষ শত্ৰুৰ দল যদিওবা পৰাজিত
জয় সম ভৈলন্ত নিশ্চিত ॥
যিবা জয়লাভ কৰি বিপদ সিন্ধুত পৰি
লাগে অনুতাপ কৰিবাক।
তাঙ্ক মুবুলিবা জয় স্বৰূপত পৰাজয়
শোক দুখে নছাৰে আত্মাক ॥ ৪৬
যাৰ হেতু অস্ত্ৰ ধৰি বন্ধু বান্ধৱকো মাৰি
মহাপাপ কৰিলোঁ বিস্তৰ।
পৰাজিত সবলোক মনে পায় দুখ শোক
পুত্ৰাদিকো কৰিলে সংহাৰ ॥
মহাবীৰ ধৃষ্টদ্যুম্ন বিক্ৰমে কেশৰী সম
কৰ্ণে যাক যুদ্ধে নপাৰিলা।
সিটো মদমত্ত বীৰ সাৱধান পৰিহৰি
দুৰ্ব্বলীৰ হাতত মৰিলা ॥ ৪৭
বায়ু বেগী অশ্ব যত যাৰ ৰথে সংযোজিত
সমৰপিপাসু দ্ৰোণাচাৰ্য্য।
হেনয় দ্ৰোণৰ ঠাই ৰক্ষা পাইলা পুত্ৰচয়
পিতৃসম যাৰ শৌৰ্য্য বীৰ্য্য।
হেন ৰাজপুত্ৰ যত মিলিল প্ৰমাদ কত
নষ্ট গৈল কালৰ অধীন।
এতেকে বুজিলোঁ সাৰ মৰ্ত্ত্যলোকে মনুষ্যৰ
মৃত্যু মিলে প্ৰমাদ কাৰণ ॥ ৪৮
সাৱধান হীন জন অৱগৰ্ব্ব সৰ্ব্বক্ষণ
অল্পকালে সিটো নষ্ট পায়।
অনৰ্থে গ্ৰাসয় তাক তপ কীৰ্ত্তি বিদ্যা যত
লভিবে সমৰ্থ নাহি হয় ॥
হায় হায় কিনো মোৰ আছিলন্ত পাপ ঘোৰ
সেহি হেতু এতেক সন্তাপ।
জ্ঞাতি গোত্ৰ মিত্ৰ ভাই কৈত ভৈলা ঠাই ঠাই
কৈত গৈলা মোৰ পঞ্চবাপ ॥ ৪৯
কিনো নিকৰুণ বিধি অশ্বত্থামা কৃপ আদি
বংশনাশ কৰিলা আমাৰ।
কুৰু আৰো পাণ্ডৱৰ পিণ্ড লাগি নাহি আৰ
পিতৃকুল নভৈল উদ্ধাৰ ॥
অভিমন্যু পাৰ্থসুত পৰাক্ৰমে অদভুত
যদিবা মৰিল সমৰত।

পঞ্চপুত্ৰ মুখ চাই নুমালোঁ শোকৰ জুই
আৰে কেনমতে ধৰোঁ চিত ॥ ৫০
যেন মহা বাংসবনে দুই বাংস ঘৰিষণে
উঠে তাত প্ৰচণ্ড অগনি।
পাচে সেহি অগনিয়ে সমস্ত বনক পোৰে
ভৈলা তেনে আমাৰ কাহিনী ॥
কুৰু আৰ পাণ্ডৱৰ লাগিল বিবাদ ঘোৰ
হস্তিনাৰ আধিপত্য লাগি।
ধৰণীৰ বীৰ যত সমস্তয়ে ভৈলা হত
আমি সমস্তৰে বধভাগী ॥ ৫১
অস্ত্ৰ-শস্ত্ৰ শাস্ত্ৰ শিখি বিষয় সুখক লিখি
ঐশ্বৰ্য্য বৈভৱে সাৰ মানি।
দম্ভ দ্বেষ তিৰস্কাৰ পৌৰুষত্ব মানি সাৰ
দাৰা পুত্ৰ ভ্ৰাতৃগণে আনি ॥
যেন মনুষ্যৰ তেজে ধৰণীক পুজি মই
ঘোৰ নৰকৰ ভৈলোঁ যোগ্য।
সাধিলোঁ যদ্যপি কাজ নাৰীবেসে ভৈল ৰাজ
আমি কিনো জ্ঞান অন্ধ অজ্ঞ ॥ ৫২
ধন-ৰত্ন ৰাজপদ সমস্তকে কৰি ত্যাগ
আমি যেবে ভৈলোঁ বনবাসী।
সঙ্গে থাকে ঋষিবৰ্গ সেয়ে মোৰ ভৈল স্বৰ্গ
ভিক্ষা কৰি সন্তক উপাসি ॥
ৰাজপদ কৰি আশ যেন নৰকত বাস
শোক তাপে সদায় বিকল।
অৱশেষে হেন ফলে বংশ নাশি আপুনাৰ
কৈলোঁ নাশ বান্ধৱসকল ॥ ৫৩
গুণৱন্ত বলৱন্ত মহাবীৰ অপৰ্য্যন্ত
সমস্তয়ে ভৈলা পলু ছাই।
কাৰো মাতৃ কাৰো পত্নী কান্দিলন্ত দিনে ৰাতি
মহাশোকে বিমূৰ্চ্ছিতা হুই ॥
আমাক নিন্দিবে আতি আমাৰেসে সাধি প্ৰীতি
সমস্তৰে ভৈল কুলক্ষয়।
মনত নাপাওঁ গুণি পঠিয়াই কিবা বাণী
প্ৰবোধিবো সবাৰ হৃদয় ॥ ৫৪

মোৰ প্ৰিয়তমা পত্নী দ্ৰুপদকুমাৰী সতী
শুনি ইটো শোকৰ বাতৰি ॥
মহা শোকানলে পুৰি নিশ্চয় ভূমিত পৰি
মৃত্যুৱত হৈব নিষ্ঠ কৰি ॥
শুনাহা নকুল বাপ যাহা তুমি এৰা তাপ
মন্দভাগী দ্ৰৌপদীৰ ঠাই।
মাতৃকুল সমন্বিতে ৰথোপৰি দ্ৰৌপদীক
শীঘ্ৰ কৰি আনা এহি ঠাই ॥ ৫৫
এহি বুলি ধৰ্ম্মৰায় অৱনত কৰি কায়
পুত্ৰ শোক ত্যজি দৃঢ় মতি।
যেন খুঁজিবাক কাছি অস্ত্ৰ-শস্ত্ৰ লৈলা বাছি
শিবিৰক কৰিলন্ত গতি ॥
পাত্ৰ মিত্ৰ পুৰোহিত আছিল বান্ধৱ যত
সমস্তয়ে গৈলন্ত লগত।
শুনিয়োক সৰ্ব্বজন বিষয়ী জনৰ কেনে
মিলে শোক-তাপ বিপৰীত ॥ ৫৬
বিষয়ৰ অনুৰাগে যতেক কৰয় মানে
সমস্ততে মিলে শোক-দুখ।
সমস্তকে অৱগাই বুজা যেবে মুনিষাই
ধৰ্ম্মত বিমুখে নাহি সুখ ॥
বিৰচিল কালিদাস সন্ত সেৱা মনে আশ
মহন্তৰ কৃপা অনুপম।
ঐষিক পৰ্ব্বৰ পদ পুণ্য কথা বিদগদ
ঘুষিয়োক সবে ৰাম ৰাম ॥ ৫৭

---

দ্ৰৌপদীৰ বিলাপ আৰু অশ্বত্থামাক বধিবলৈ
ভীমৰ গমন

পদ

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
যুধিষ্ঠিৰ গৈলা যেবে শিবিৰ আলয় ॥
অনন্তৰে শুনিলা দ্ৰৌপদী মহাদেই।
মৰিলন্ত শিবিৰৰ যত সেনাচয় ॥ ৫৮

পঞ্চপুত্ৰ সমে নিজ ভ্ৰাতৃ ভৈলা নাশ।
হা প্ৰাণ পুত্ৰ বুলি পাৰন্ত আটাস ॥
ক্ৰন্দনৰ বোলে যেন ধাতু গৈল উৰি।
পৰি মূৰ্চ্ছা গৈলা পাণ্ডৱৰ পটেশ্বৰী ॥ ৫৯
অন্তেষপুৰত আৰো আছে নাৰী যত।
দ্ৰৌপদীৰ অন্বেষণে মিলিল তথাত ॥
সুভদ্ৰা উত্তৰা কালী কুন্তী আৰ্ত্তৰাৱে।
সমস্তয়ে আসি মিলিলন্ত সেহি ঠাৱে ॥ ৬০
অন্যো অন্যে নাৰীসবে মিলি সেহিক্ষণে।
দ্ৰৌপদীক বিঞ্চিলন্ত চামৰ ব্যজনে ॥
কতোবেলি ধাতু আইল ফোঁকাৱে নিশ্বাস।
খসিল বিচিত্ৰ খোপা মুক্ত ভৈল কেশ ॥ ৬১
কৃষ্ণবৰ্ণ শ্যাম তনু যেন শশীকলা।
লয়নু পুতলী যেন সুকুমাৰী বালা ॥
বদন মলিন ভৈলা শোকত কাতৰ।
বচন নোলায় মুখে কম্পয় অধৰ ॥ ৬২
কতোবেলি সন্ধুকিয়া হেনমতে সতী।
কান্দিবে লাগিল পুনু আৰ্ত্তৰাৱে আতি ॥
কৈক গৈলা পিতা মোৰ কৈক গৈলা ভাই।
মোক এৰি গৈলা কৈক প্ৰাণৰ পুতাই ॥ ৬৩
ৰাত্ৰিত শুনিলোঁ পাণ্ডৱৰ ভৈলা জয়।
কৌৰৱৰ সেনামানে সবে ভৈলা ক্ষয় ॥
অশ্বত্থামা কৃতবৰ্ম্মা আৰো কৃপাচাৰ্য্য।
তিনিজন থাকি কাৰ্য্য কৰিলা আশ্চৰ্য্য ॥ ৬৪
বিৰাট পাঞ্চাল আৰো পাণ্ডৱ বংশত।
পিণ্ড লাগি নৰহিল একগুটি সুত ॥
জ্বলন্তে মুমায় যেন প্ৰদীপ অগনি।
পাণ্ডৱৰ জয়বাৰ্ত্তা সিমত কাহিনী ॥ ৬৫
শুন অশ্বত্থামা তই ব্ৰাহ্মণ নন্দন।
ৰাত্ৰি আসি শিশুক হিংসিলি কি কাৰণ ॥
শিশুগণ নিদ্ৰা গৈল ভোজনৰ পৰে।
দণ্ডিবাক যোগ্য নোহে ধৰ্ম্মৰ বিচাৰে ॥ ৬৬
হেনয় শিশুক তই কৰিলি অন্যায়।
তোত পৰে মন্দমতি ক্ৰুৰ সৰ্প নাই ॥
কৃতান্ত কিঙ্কৰ সম তুই নিদাৰুণ।
বনপশু ব্যাঘ্ৰ সম কৈলি আচৰণ ॥ ৬৭
দ্বিজশ্ৰেষ্ঠ দ্ৰোণাচাৰ্য্য সকলে বখানে।
সৰ্ব্বস্থানে পায় পূজা আপোনাৰ গুণে ॥
তান পুত্ৰ হুয়া নিশা শিবিৰত পশি।
কিবা যশ পাইলি নিদ্ৰাতুৰক বিনাশি ॥ ৬৮
হস্তিনাৰ সিংহাসন লাগি লোভ ভৈলা।
সিকাৰণে এতমান অনৰ্থ কৰিলা ॥
হেনমতে নানা বোল বুলি মহাসতী।
অশ্বত্থামা দ্বিজক ভৰ্ৎসনা কৰি আতি ॥ ৬৯
নেদেখিলোঁ পুত্ৰমুখ বুলি দীৰ্ঘৰাৱে।
কান্দিবে লাগিলা সতী বিমোহিত ভাৱে ॥
দ্ৰৌপদীৰ ক্ৰন্দন শুনন্তে অনন্তৰ।
আসিয়া মিলিল তৈত বীৰ বৃকোদৰ ॥ ৭০
ভীমক দেখন্তে দেৱী দ্ৰুপদনন্দিনী।
পুত্ৰ পুত্ৰ বুলি কান্দে বুকে মুঠি হানি ॥
দ্ৰৌপদীৰ ক্ৰন্দন শুনিয়া বৃকোদৰ।
পুত্ৰশোক অগনিয়ে দহিল অন্তৰ ॥ ৭১
সজল নয়ন দুই লোতক ঝৰিল।
অধোমুখ হুয়া হাত শিৰত তুলিল ॥
শিশুকাল হন্তে যাৰ প্ৰচণ্ড প্ৰভাৱ।
দয়া-মায়া বিবৰ্জ্জিত বিষম স্বভাৱ ॥ ৭২
হেনয় ভীমৰ চিত্তে লাগি শোক ব্যথা।
যেন ডালহীন বৃক্ষ নভাসয় কথা ॥
সুদীৰ্ঘ নিশ্বাস ছাৰিলন্ত ঘনে ঘন।
নেত্ৰত নিমেষ নাহি বিবৰ্ণ বদন ॥ ৭৩
হেনমতে ভীমসেন থাকি কতোক্ষণ।
অনন্তৰে ধৈৰ্য্য ধৰি বুলিলা বচন ॥
কৌৰৱৰ সৈন্য একাদশ অক্ষৌহিণী।
সপ্ত অক্ষৌহিণী ভৈল আমাৰ বাহিনী ॥ ৭৪
অষ্টাদশ দিন কৰি যুদ্ধ ভয়ঙ্কৰ।
কৌৰৱক জিনি ভৈলা আনন্দ অপাৰ ॥
উৰু ভাঙ্গি দুৰ্য্যোধন প্ৰাণ মাত্ৰ শেষ।
কৃপা কৃত অশ্বত্থামা ভৈলা নিৰুদ্দেশ ॥ ৭৫

তথাপিতো হেন দশা ঘটিল আমাৰ।
দৈৱেসে কৰিলা ইটো জানা সাৰে সাৰ ॥
কৰ্ম্মফলে দৈৱৰূপ জানিবা নিশ্চয়।
দৈৱত আছয় যিবা খণ্ডন নহয় ॥ ৭৬
ষাঠিসহস্রেক সুত সগৰ ৰাজাৰ।
এককালে ভৈল নষ্ট বংশ নাহি আৰ ॥
হেন কথা জানি তুমি নকৰিবা শোক।
শোক কৰি পায় কোনে মৃতক জনক ॥ ৭৭
ক্ষণমান ভাবি চাহা সংসাৰৰ চিত্ৰ।
কোন কাৰ পত্নী পুত্ৰ কোন কাৰ মিত্ৰ ॥
অশাশ্বত ধন জন জীৱন যৌৱন।
সংসাৰেসে ছায়া চিত্ৰ মায়াৰ সপোন ॥ ৭৮
যেন এক বৃক্ষে বহু পক্ষী থাকে ৰই।
প্ৰভাত সময়ে ভৈলে দশোদিশে যায় ॥
আমাৰো বিষয় জানা তেহু পটন্তৰ।
কালপূৰ্ণ অনুসৰি যায় যমঘৰ ॥ ৭৯
কৰ্ম্মফল ভোগ লাগি কালে নেই টানি।
পিতা মাতা দাৰা সুত স্নেহৰ ভগিনী ॥
সমস্তয়ে বেঢ়ি থাকি দেখিতে নপায়।
মিছাতেসে মোৰ বুলি কান্দে উভৰায় ॥ ৮০
এতেকতে মহাসতী নহৈবা আকুল।
নিৰৰ্থক শোক কৰি নাহি কিছু ফল ॥
বিশেষত আছে যদি আমাৰ জীৱন।
সমস্ত মিলিব আৰো বিষয় বন্ধন ॥ ৮১
হেনমতে বুলি নানা প্ৰবোধ বচন।
যদিবা সান্ত্বনা দিলা নমানয় মন ॥
পুনৰপি কান্দে কৃষ্ণা মনত অসুখে।
বোলে শত্ৰুগণ নাৰী কান্দে যেন দুখে ॥ ৮২
তাহাত অধিক দুখ ভৈলন্ত আমাৰ।
পিতৃ ভ্ৰাতৃ পুত্ৰ শোকে দহিল শৰীৰ ॥
পৰম দুৰ্ভাগা মই পৰম পাপিষ্ঠী।
এভো মোৰ পাপ প্ৰাণ কেনে নযায় ফুটি ॥ ৮৩
বিধিৰ বিধান কিবা মোৰ কৰ্ম্মফলে।
ইজন্মত সুখ শান্তি নভৈল কপালে ॥
জন্মাবধি পালোঁ মই নানা দুখ কষ্ট।
মোৰ ভাগ্যবলে পাণ্ডৱৰো সুখ নষ্ট ॥ ৮৪
কৃষ্ণবৰ্ণ তনু মোৰ যেন শশীকলা।
সবলোকে বোলে মোক সুকুমাৰী বালা ॥
অৰ্জ্জুনক সমৰ্পিবে পিতৃৰ প্ৰবন্ধ।
পূৰ্ণ ভৈল অভিলাষ বিধিৰ নিৰ্ব্বন্ধ ॥ ৮৫
অৰ্জ্জুনক আক্ৰমিলা লক্ষেক নৃপতি।
মহাভয়ে ভৈল মোৰ দাৰুণ বিপত্তি ॥
মনে মনে ঈশ্বৰক কৰো নমস্কাৰ।
ৰাখা ৰাখা প্ৰভু মোক উদ্ধাৰা ইবাৰ ॥ ৮৬
কৃষ্ণৰ কৃপাত ভৈল বাঞ্ছিত পূৰণ।
ইন্দ্ৰপ্ৰস্থে পাণ্ডুপুত্ৰ পাইলা সিংহাসন ॥
কুবেৰ সম্পদ জিনি ঐশ্বৰ্য্য বৈভৱ।
ৰাজ চক্ৰৱৰ্ত্তী ৰাজা ভৈলন্ত পাণ্ডৱ ॥ ৮৭
বান্ধৱ কৃষ্ণৰ পাণ্ডৱত স্নেহ আতি।
ৰাজসূয় যজ্ঞ লাগি দিলা অনুমতি ॥
লক্ষ লক্ষ ৰাজা আসি যোগাইলন্ত কৰ।
ধনে ৰত্নে পূৰ্ণ ভৈল সমস্ত ভাণ্ডাৰ ॥ ৮৮
দেখি কৌৰৱৰ মনে আৰ নসহিল।
কূটপাশা খেলা কৰি সৰ্ব্বস্ব হৰিল ॥
কেশে ধৰি নিলা মোক দুষ্ট দুঃশাসন।
এক বস্ত্ৰে আছোঁ তাকো কাঢ়িবাক মন ॥ ৮৯
কাৰ্শাল সৰ্পক যেন কঙ্কালে প্ৰহাৰে।
চলিতে নপাৰি ফোকাৰন্ত বাৰে বাৰে ॥
তুমি চাহি আছা হেনমতে ক্ৰোধে জ্বলি।
দেখন্ত নৃপতি নেত্ৰে মুখে নাহি বুলি ॥ ৯০
তথাপি কৰিলা তুমি প্ৰতিজ্ঞা ভীষণ।
যুদ্ধ কৰি ধৰণীত পাৰি দুঃশাসন ॥
হিয়া ছিৰি ৰক্তপান কৰিবো তাহাৰ।
তেবে সুশীতল হৈব হৃদয় আমাৰ ॥ ৯১
দুষ্ট কৰ্ণ বুলিলন্ত অশান্ত বচন।
মোক দেখুৱাইলা উৰুদেশ দুৰ্য্যোধন ॥
কৰিলা প্ৰতিজ্ঞা তুমি আতি বিপৰীত।
উৰু ভাঙ্গি দুৰ্য্যোধন কৰিবো নিপাত ॥ ৯২

বাখিলা প্ৰতিজ্ঞা স্বামী সিসবক মাৰি।
দীৰ্ঘৰাবে কান্দে যত কৌৰৱৰ নাৰী ॥
সিসবক কৰি শোক মোৰ ভৈল চাৰ।
নাথাকিল পিতৃ ভ্ৰাতৃ তনয় আমাৰ ॥ ৯৩
অশ্বত্থামা দ্বিজাধম পাষণ্ড নিলাজ।
নিদ্ৰিত বালক মাৰি সাধে কিবা কাজ ॥
ইটো মহাশোকে শেল হানিল হিয়াত।
অস্থি মজ্জা ছেদি ভেদি দগ্ধ কৰে চিত্ত ॥ ৯৪
দুখ ভৈলা অতিচাৰ যন্ত্ৰণা অপাৰ।
মই মন্দভাগী কেনে নযাওঁ যমঘৰ ॥
মোৰ শান্তি লাগি যদি তোমাৰ আয়াস।
শীঘ্ৰগতি চলিয়োক অশ্বত্থামা পাশ ॥ ৯৫
ভাল মন্দ বিধি মই কিছুৱে নজানি।
তাৰ মুণ্ডগোট কাটি মোক দিয়া আনি ॥
আছে এক মহামণি তাহাৰ শিৰত।
তাক পাই জানোঁ শান্ত হোৱে মোৰ চিত্ত ॥ ৯৬
হৰি হৰি দয়াময় প্ৰাণ যদুপতি।
কৰা কৃপা অণু মোক অগতিৰ গতি ॥
এহি বুলি কান্দে পুনু ফোকাৰি ফোকাৰি।
অনন্তৰে সভাসদ বোলা হৰি হৰি ॥ ৯৭

---

দুলড়ী

পাণ্ডৱৰ নাৰী দ্ৰৌপদী সুন্দৰী
ফোকাৰি ফোকাৰি কান্দি।
কিছু সন্ধুকিয়া ধৰণী লোটাইয়া
ভীমৰ চৰণ বন্দি ॥
বোলে পুনৰপি মই মহাপাপী
আচৰিলোঁ কিবা পাপ।
এতেকে মাধৱ বান্ধৱ থাকন্তে
মিলিল ঘোৰ সন্তাপ ॥ ৯৮
পাণ্ডৱ সকল পাশাত হাৰিল
ক্ষত্ৰিয় ধৰ্ম্ম আচৰি ॥
ঋতুমতী নাৰী এক বস্ত্ৰ পৰি
আছিলোঁ শয়ন কৰি ॥
দুষ্ট দুঃশাসনে বুলি কুবচন
নানা বিকৰ্থনা কৰি।
কেশে ধৰি টানি সমাজক আনি
ভাল মন্দ নিবিচাৰি ॥ ৯৯
বসনত ধৰি টানিবাক লৈলা
মোৰ মনে মহাত্ৰাস।
কৌৰৱ বাহিৰে যত সভাসদ
দেখি কৰে উসমিস ॥
কৌৰৱ সকল দাৰুণ বিশাল
বিবস্ত্ৰ কৰিবে মন।
মিলিল প্ৰমাদ মনত বিষাদ
যায় মোৰ লাজ মান ॥ ১০০
কৈত যদুপতি অগতিৰ গতি
চৰণে লৈলোঁ শৰণ।
মই অভাগীক এহি কৃপা হৌক
কৰা লজ্জা নিবাৰণ ॥
তুমি দয়াশীল সেৱক কৃপাল
অনাথ জনৰ বন্ধু।
অনাথ নাৰীক প্ৰভু ৰাখিয়োক
কৃপা কৰা কৃপাসিন্ধু ॥ ১০১
কৃষ্ণ কৃপাময় ভৈলন্ত সদয়
লজ্জা নিবৰিলা মোৰ।
পৰ্ব্বত প্ৰমাণে বস্ত্ৰক কাঢ়ন্তে
নভৈল বস্ত্ৰৰ ওৰ ॥
কৌৰৱ দুৰ্জ্জন সন্তোষ কাৰণ
সশিষ্য দুৰ্ব্বাসা ঋষি।
ৰাত্ৰিৰ ভোজন অন্তত মিলিল
পাণ্ডৱ কুটীৰ আসি ॥ ১০২
যেন বজ্ৰঘাত মুখে নাসে মাত
পাচে কৰি যোৰকৰ।
প্ৰাণৰ বান্ধৱ তুমিসে মাধৱ
উদ্ধাৰা প্ৰভু ইবাৰ ॥

বুলি স্তুতি বাণী কৰিলোঁ কাকণ্য
আসিল দ্বাৰকাপতি।
মোক উদ্ধাৰিলা পাণ্ডৱ ৰাখিলা
কৃষ্ণৰ করুণা প্রীতি ॥ ১০৩
জানিলোঁ আমাৰ কৃষ্ণ ভৈল পৰ
এতেকে মিলে বিপত্তি।
তুমি মোৰ স্বামী প্রিয়জায়া আমি
সাধিয়ো আমাৰ প্রীতি ॥
তোমাৰ যিমত ৰাজাৰ সিমত
জানিবা নিশ্চয় কৰি।
মনত হৰিষি তুষিয়োক দাসী
দ্রোণৰ পুত্রক মাৰি ॥ ১০৪
কর্ণ দুর্য্যোধন পৰম দুর্জ্জন
আদেশিলা জয়দ্রথ।
কাম্যবনে আসি ভৈলন্ত অতিথি
বিদুৰত ৰাখি ৰথ ॥
পঞ্চ ভ্রাতৃ নাহি আছন্ত অন্তৰি
দিলোঁ সম্ভাষণা বাক।
ইটো কথা জানি মোক নিলা টানি
নিবো বুলি হস্তিনাক ॥ ১০৫
তুমি আসি পাইলা মোক উদ্ধাৰিলা
বুলি নানা খর্ব্ব বাক।
নৃপতি বচনে নমাৰিলা প্রাণে
বাহুৰিল হস্তিনাক ॥
জটাসুৰ নামে দুর্জ্জন নিকৰে
আমাক কুটীৰে দেখি।
বলে ধৰি তাৰ পিঠিত তুলিল
তোমাক বিগুতি হাসি ॥ ১০৬
মোৰ মনে ত্রাস পাৰিলোঁ আটাস
মই মৰোঁ মৰোঁ বুলি।
তুমি গদা ধৰি ভয় নাহি বুলি
আশ্বাসিলা বাহু তুলি ॥
পন্থক আগুৰি দ্বন্দ্ব বাদ কৰি
ক্রোধে আক্রমিলা তাক।

দুৰন্ত অসুৰ গৈলা যমঘৰ
সুমৰি মাৰ বাপক ॥ ১০৭
অজ্ঞাত বাসৰ কাৰণে আমাৰ
ভৈলন্ত সৈৰিন্ধ্রী নাম।
বিৰাট ৰাজাৰ অন্তেষপুৰত
কৰিলোঁ দাসীৰ কাম ॥
মোক নিৰেক্ষিয়া বিমোহিত হৈয়া
দুর্ম্মতি কীচক বীৰ।
মোত কৈলা আশ প্রাণত তৰাস
দুখ পাইলোঁ বহুতৰ ॥ ১০৮
কহিলোঁ তোমাত সমস্ত কথাক
মোৰ মহা ভয় লাজ।
ছলে তাক মাৰি ৰাখিলা আমাক
বিৰাট নগৰ মাজ ॥
এতেকে জানিলোঁ তুমিসি আমাৰ
বিপদ সিন্ধুৰ তৰী।
তোমাৰ করুণা হেতুসে তৰিলোঁ
কহিলোঁ নিশ্চয় কৰি ॥ ১০৯
যদি প্রাণ জায়া বুলি কৰা দায়া
বধিয়োক অশ্বত্থামা।
তাঙ্ক নামাৰিলে নিষ্ফল হৈবন্ত
তোমাৰ যত গৰিমা ॥
সিটো পাপমতি ৰাক্ষস প্রকৃতি
পৰম দুর্জ্জন অতি।
তাহাঙ্ক বধিলে নোহে ব্রহ্মবধ
কহিলোঁ নিষ্ট যুগুতি ॥ ১১০
এহি বুলি দেবী নিশ্বাস বজাই
জুৰিলা আৰো ক্রন্দন।
মন নোহে শান্ত ভীমক চাহন্ত
সজল দুই নয়ন ॥
শুনা জন্মেজয় বুজিবা আশয়
শুনন্তে এতেক কথা।
বীৰ বৃকোদৰ ক্রোধত অস্থিৰ
পায়া হৃদয়ত ব্যথা ॥ ১১১

বোলে নকুলক ৰথখান সাজা
তুমিসে হোৱা সাৰথি।
শুকৰ পুত্ৰক নিশ্চয় বধিবো
আমি হৈয়া মহাৰথী ॥
এহি বুলি বীৰ কৱচ পিন্ধিল
নানা অস্ত্ৰ শস্ত্ৰ লৈলা।
দ্ৰৌপদী সন্তাপে পৰম আটোপে
ৰথে চড়ি খেদি গৈলা ॥ ১১২
নকুল সাৰথি বৃকোদৰ ৰথী
সহদেৱ আদি যত।
গৈলন্ত লগত অশ্বত্থামা হত
লাগি হৈয়া আসকত ॥
শুনা সভাসদ ভাৰতৰ পদ
ঐষিক পৰ্ব্বৰ কথা।
শুনন্তে দগধ সবাৰো হৃদয়
দ্ৰৌপদীৰ শোক ব্যথা ॥ ১১৩
পদ ৰচনাত বঢ়া-টুটা যত
সমস্ত দোষক এৰা।
পুণ্য শ্লোক কীৰ্ত্তি জানি সাধা প্ৰীতি
কৃষ্ণ পদ হৃদি ধৰা ॥
কৃষ্ণ সেৱা প্ৰীতি কৰিয়া যুগুতি
বিৰচিল কালিদাস।
নিৰন্তৰে মনে কীৰ্ত্তনে কৃষ্ণৰ
সাধিয়ো বৈকুণ্ঠ বাস ॥ ১১৪

---

যুধিষ্ঠিৰৰ শিবিৰ দৰ্শন আৰু শ্ৰীকৃষ্ণ-সংবাদ

পদ

মুনি নিগদতি জন্মেজয় নৃপবৰ।
শুনা অনন্তৰে যেন কথা তাত পৰ ॥
মায়া মোহ অন্ধকাৰে ৰাজা যুধিষ্ঠিৰ।
যেৰে গই পাইলন্ত আপোন শিবিৰ ॥ ১১৫
দেখিলা নৃপতি অৱশিষ্ট সৈন্যগণ।
বান্ধৱৰ শোকে সবে কৰিছে ক্ৰন্দন ॥
ক্ৰন্দন শুনন্তে চিত্ত ভৈলন্ত বিহ্বল।
চক্ষুৰ লোতক ঝৰে নসৰয় বোল ॥ ১১৬
অনন্তৰে ধৰ্ম্মৰাজ তম্ভি কিছোক্ষণ।
মহাজ্ঞান বলে পাচে সুস্থ কৰি মন ॥
ইটো গৃহ এৰি ৰাজা আন গৃহে যান্ত।
মৃতকসবক নেত্ৰে নিৰখি চাহন্ত ॥ ১১৭
কিৰীটি কুণ্ডল নাহি বিকট বদন।
কাহাৰো গাৱত নাহি বসন ভূষণ ॥
কাৰো হস্ত পদ নাহি কাৰো নাহি শিৰ।
ঠাৱে ঠাৱে পৰি আছে বিভৎস শৰীৰ ॥ ১১৮
নৃপতি লগত পাত্ৰ মিত্ৰ যত লোক।
মৃতক দেখন্তে ভয়ে নিশ্ৰীক ভৈলেক ॥
মহাভয়ে হৃদি কম্পি টুটি গৈলা সাস।
কোনোজনে কিছু বোল নকৰে প্ৰকাশ ॥ ১১৯
হেনমতে কতো গৃহ চাহি নৃপবৰ।
এক গৃহে দেখিলন্ত পালঙ্ক ওপৰ ॥
পঞ্চখান তনু আছে নাহি তাৰ শিৰ।
অনুমানে বুজিলন্ত পুত্ৰ আপুনাৰ ॥ ১২০
দুস্সহ পুত্ৰৰ শোক আসিল ৰাজাৰ।
মহাশোকে ঢলিয়া পৰিল অনন্তৰ ॥
দেখি পাত্ৰ মিত্ৰগণে আকোৱালি আনি।
চামৰ ব্যজনে বিঞ্চে শিৰে ঢালি পানী ॥ ১২১
পুত্ৰশোক অগনিত দহিল হৃদয়।
কতোবেলি অচেতন কিছু জ্ঞান নাই ॥
মুকুট পৰিল খসি মলিন বদন।
ধূলায় ভূষিত ভৈলা বসন ভূষণ ॥ ১২২
অনন্তৰে মহা মোহ ক্ৰমে ভৈলা নাশ।
কৈত গৈলি পুত্ৰ বুলি কোকাৰে নিশ্বাস ॥
শুনা ৰাজা জন্মেজয় নিষ্ঠে কহোঁ আমি।
সকলোৰে আত্মা কৃষ্ণ সৰ্ব্ব অন্তৰ্য্যামী ॥ ১২৩
প্ৰণতপালক কৃষ্ণ সন্তৰ সহায়।
ভকতক সন্তোষিবে আকুল হৃদয় ॥

এতেকতে যুধিষ্ঠিৰ শোক দুখ জানি।
তাঙ্ক প্ৰবোধিবে লাগি প্ৰভু চক্ৰপাণি ॥ ১২৪
আৰো জানা অশ্বত্থামা বধিবাক লাগি।
মহাকোপে বৃকোদৰ চলিলন্ত ৰাগি ॥
ক্ৰুৰবুদ্ধি অশ্বত্থামা বিপুল শকতি।
হেনকাৰ্য্যে মিলিবাক পাৰে বিসঙ্গতি ॥ ১২৫
এতেকে পাৰ্থক লই কৃষ্ণ যদুপতি।
সেহি যুদ্ধে যাওঁ বুলি জানিবা নৃপতি ॥
বিজয় ৰথত চৰি সাৰথি বেশত।
সেহিবেলা সিঠাৱতে ভৈলা উপস্থিত ॥ ১২৬
কৃষ্ণক দেখন্তে পাচে ৰাজা যুধিষ্ঠিৰ।
কান্দি কান্দি বোলে বাক্য শুনা যদুবীৰ ॥
ৰাজ্য কামে পঞ্চ ভ্ৰাতৃ ত্যজি বনবাস।
আপুনি সাধিলোঁ আপুনাৰ সৰ্ব্বনাশ ॥ ১২৭
জন্মাবধি শোক দুখে গোৱাইলোঁ জীৱন।
পৰকালে কিবা নৰকত পাইবো থান ॥
তুমি অন্তৰ্য্যামী কৃষ্ণ সকলোৰে গতি।
কহিয়োক কেনমত মিলিব বিপত্তি ॥ ১২৮
নিশ্চয় জানিলোঁ আমি পূৰ্ব্ব জনমত।
নকৰিলোঁ কিছু সদকৰ্ম্ম জগতত ॥
পৰহিংসা পৰপীড়া ভৈলা কচিকৰ।
এতেকে মিলিল হেন সন্তাপ আমাৰ ॥ ১২৯
ইটো সন্তাপত মোৰ স্থিৰ নাহি মতি।
অন্তকালে হৈবে কিবা কহিয়ো যুগুতি ॥
তুমি সৰ্ব্বজান দেৱ সকলোৰে স্বামী।
সমস্ত জীৱৰ পূৰ্ব্বাপৰ জানা তুমি ॥ ১৩০
পৰম পাতকী আমি কিনো মন্দভাগী।
অশাশ্বত ধন-বস্তু ৰাজপদ লাগি ॥
আপোনাৰ পুৰুষত্ব বখানি বিস্তৰ।
গুৰু জ্ঞাতি বান্ধৱক কৰিলোঁ সংহাৰ ॥ ১৩১
হায় হায় পিতামহ তপস্বী পৰম।
নিজগুৰু দ্ৰোণাচাৰ্য্য ব্ৰাহ্মণ উত্তম ॥
মমা মোৰ শল্য বীৰ মদ্ৰদেশ ৰায়।
আছোক যুঁজিবো বন্ধু ৰাক্য কুযুৱায় ॥ ১৩২
দন্ত দ্বেষ পশুবল মনত আদৰি।
হেনয় জনক বধিলোঁ াহো অস্ত্ৰ ধৰি ॥
ইটো মহাপাপ স্মৰি মোৰ ধাতু উৰে।
কিবা শাস্তি দিব মোক যমৰ কিঙ্কৰে ॥ ১৩৩
ইটো শোক মোহ ভয়ে মোক কৰে গ্ৰাস।
মোক উদ্ধাৰিয়ো কৃষ্ণে তুমি হৃষীকেশ ॥
সাধুসবে বোলে কৃষ্ণ পতিত পাৱন।
এতেকে চৰণে হেৰা পশিলোঁ শৰণ ॥ ১৩৪
নিজ নাম বেশ যত কৰি পৰিহাৰ।
বিৰাট নগৰে থাকি অজ্ঞাত বৎসৰ ॥
লোকত বিদিত ভৈলোঁ আতি ৰঙ্গ মন।
অনন্তৰে আসিলাহা বুজাইবাক জ্ঞান ॥ ১৩৫
জ্ঞান ভক্তি সুপুছি মাগিলোঁ সিংহাসন।
সিংহাসন লাগি ভৈল সবাৰো যতন ॥
এতেকে ভৈলন্ত ৰণ ৰাজ্যমোহ ফলে।
দয়া ক্ষমা সত্য যত ত্যজিলোঁ সকলে ॥ ১৩৬
তাৰ ফলে ভৈলোঁ জনশূন্য মহীপতি।
আপোনাৰো বংশনাশ ভৈলন্ত সম্প্ৰতি ॥
এতেকতে উপদেশি তুমি নাৰায়ণ।
মই পাতকীৰ শান্ত কৰা তনু মন ॥ ১৩৭
যুধিষ্ঠিৰ বাক্য শুনি বোলে যদুপতি।
শুনিয়োক মহাৰাজ পাণ্ডৱ নৃপতি ॥
সুখ দুখ শোক ভয় মনেসে কাৰণ।
মনক নিয়মি তুমি শান্ত কৰা মন ॥ ১৩৮
তুমি আমি আনো যত দেখা চৰাচৰ।
দৈৱ অনুৰূপ ফল মিলয় সবাৰ ॥
দৈৱবল মহাবল বিধিৰ নিৰ্ব্বন্ধ।
দৈৱৰ কাৰণে গণেশৰ গজস্কন্ধ ॥ ১৩৯
হেন দৈৱ উলঙ্ঘিবে যাহাৰ যুগুতি।
ভক্তি আৰো জ্ঞান সমে কৰ্ম্মে হৌক স্থিতি ॥
হেনয় কৰ্ম্মক সাধুসবে যজ্ঞ কয়।
হেন কৰ্ম্ম ত্যাগী ভৈলে সন্ন্যাস নহয় ॥ ১৪০
এতেকতে বুজি কৰা আপোন কৰম।
পত্নী ভ্ৰাতৃ বান্ধৱক কৰা উপশম ॥

হেন হৈলে দূৰ হৈব শোক মোহ মদ।
অনায়াসে তৰিবাহা সংসাৰ আপদ ॥ ১৪১
জ্ঞানবলে বুজা যদি সৃষ্টিৰ স্বৰূপ।
ঐশ্বৰ্য্য বৈভৱ যত সবে মায়াৰূপ ॥
আত্মা বিনা জগতত আন কিছো নাই।
দেখা মানে স্বপ্ন সম সবে মায়াময় ॥ ১৪২
গুৰু জ্ঞাতি পুত্ৰ মিত্ৰ কিছো নুহি সাৰ।
আপুনি আপোন বন্ধু সমস্ত জীৱৰ ॥
ধৰ্ম্মক মানিলে হয় দেহৰ কুশল।
ঈশ্বৰ সেৱাত মিলে মহামোক্ষ ফল ॥ ১৪৩
ইহাঙ্ক নামানে মনুষ্যত যিটো জন।
আপোনাক আপুনি নাশিল সিটো জন ॥
শুনা শুনা ধৰ্ম্মপুত্ৰ স্বৰূপ বচন।
তুহাঙ্কো মানিলে তাঙ্ক বুলি মহাজন ॥ ১৪৪
এতেকতে তুমি ৰাজা স্থিৰ কৰি মন।
ৰোগ শোক চিন্তা ভয় কৰি সম জ্ঞান ॥
মহাজন সব পন্থ মানে অনুসৰি।
ঈশ্বৰ কৃষ্ণক ভজা ধৰ্ম্ম ৰক্ষা কৰি ॥ ১৪৫
শুনিয়োক সভাসদ বুজিবা সম্প্ৰতি।
বিষয় বিষম মায়া মোহিনী প্ৰকৃতি ॥
পৰম দুৰ্জ্জন মন কিছোৱে নুবুজে।
কাম ক্ৰোধ লোভ মোহে বিষয়ত মজে ॥ ১৪৬
সিকাৰণে কেহোবেলা আনন্দ কৰয়।
কেহোবেলা ৰোগ শোকে অপাৰ কান্দয় ॥
কাৰো নানা ৰোগ হয় শৰীৰ বিকৃত।
কোনো গেলি-পচি মৰে দেখন্তে অদ্ভুত ॥ ১৪৭
জানি কৃষ্ণ সেৱা কৰি মায়া বঞ্চিয়োক।
অন্তকালে যমৰ যাতনা তৰিয়োক ॥
কৃষ্ণ সেৱা বিনা নাহি তৰণৰ কাম।
নিৰন্তৰে ডাক ছাৰি বোলা ৰাম ৰাম ॥ ১৪৮

---

**ছবি**

শ্ৰীকৃষ্ণ বদতি শুনা নৰপতি
ভাৰত কুলৰ নাথ।
ধৰ্ম্মৰ কাৰণ কৰ্ম্ম নিৰুপম
পূৰ্ণ কৰে মনোৰথ ॥
ধৰ্ম্ম হীন লোক নুবুজে কৰ্ম্মক
যদিবা ধৰণীপতি।
ঈশ্বৰ সেৱাত নমজয় চিত্ত
নেৰয় কালৰ ভীতি ॥ ১৪৯
সাৰ কৰি মানা নৰৰ কামনা
চতুৰ্ব্বৰ্গ ফল ৰস।
পূৰ্ণ হৈল যাৰ কৰ্ম্ম শেষ তাৰ
দূৰ হৈল ভোগ আশ ॥
ভোগে আনি ত্যাগ হোন্ত মহাভাগ
সাধিলন্ত আত্ম হিত।
নৰজন্ম পাই কৰ্ম্মে স্পৃহা নাই
নুবুজে ধৰ্ম্মৰ মত ॥ ১৫০
বেদ বাণী যত সেয়ে ধৰ্ম্মমত
সন্ত সবে বখানিল।
নিমি অম্বৰীষ জনক প্ৰভৃতি
কৰ্ম্ম যোগে আচৰিল ॥
কৰ্ম্মে পুৰুষক যাৱন্ত নেৰয়
কৰিবন্ত তত কাল।
কৰ্ম্মৰ পূৰ্ব্বত অৰ্পিব কৃষ্ণত
কৰ্ত্তাদি ক্ৰিয়া সকল ॥ ১৫১
স্বধৰ্ম্মক ধৰি ফল ত্যাগ কৰি
কৰিব যতেক কৰ্ম্ম।
যেন ভৃত্য জনে আকাঙ্ক্ষা বিহীন
কৰে আজ্ঞাবহ কৰ্ম্ম ॥
জানি নৰপতি স্থিৰ কৰা মতি
শোক মোহ পৰিহৰি।
আপোন কৰ্ম্মক সদা ৰাখিয়োক
ধৰ্ম্ম শিৰোগত কৰি ॥ ১৫২

পাই হেন বোধ মানিল প্ৰবোধ
ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ।
বোলে ওবা কৃষ্ণ জানিলোঁ নিশ্চয়
তুমিসি বান্ধৱ মোৰ ॥
সম্পদ বিপদে তোমাৰ শ্ৰীপদে
আমাক ৰাখা সদায়।
কহিলোঁ নিশ্চয় তোমাৰ সহায়
খণ্ডয় বিঘিনি ভয় ॥ ১৫৩
কহিয়োক আৰে কিবা কৰ্ম্ম কৰোঁ
তোমাৰ কিবা যুগুতি।
দুষ্ট অশ্বত্থামা আমাক হিংসিল
ত্যজি ধৰ্ম্ম ন্যায় নীতি ॥
বোলে কৃষ্ণ বাক দ্ৰোণৰ পুত্ৰক
নুযুৱাই ক্ষমিবাক।
সেয়ে ৰাজধৰ্ম্ম কৰিলে কুকৰ্ম্ম
লাগে দণ্ড বিহিবাক ॥ ১৫৪
তাঙ্ক মাৰোঁ বুলি ভীমে গৈলা চলি
নভৈল ন্যায় যুগুতি।
পৰম দাৰুণ দ্ৰোণৰ নন্দন
জানিবা তুমি নৃপতি ॥
যুঁজিবাক বুলি লঙ্ঘি হেমগিৰি
গিৰিশৃঙ্গ ভাঙ্গিলন্ত।
মহা অস্ত্ৰ বলে কুবেৰক জিনি
শিৰোমণি আনিলন্ত ॥ ১৫৫
কৌৰৱৰ পতি নকৰিলা প্ৰীতি
নজানে তান প্ৰভাৱ।
যদি অশ্বত্থামা হয় সেনাপতি
পাণ্ডৱৰ পৰাভৱ ॥
হেন পৰাক্ৰম ভয়ে কম্পে যম
ত্ৰিলোক জিনিবে পাৰে।
পূৰ্ব্বে যেন মত আমাৰ সাক্ষাত
শুনা কথা অনন্তৰে ॥ ১৫৬
কূট পাশা খেলি ৰাজ্য ধন এৰি
তুমি সবে গৈলা বনে।
সেহিটো সময় দ্ৰোণৰ তনয়
কৌৰৱৰ বিদ্যমানে ॥
দণ্ডৱত হুই পিতৃক বোলয়
মনে মহা ক্ৰোধ কৰি।
আপোন পুত্ৰৰ নিচিন্তিলা ভাল
বেদৰ বাক্য আচৰি ॥ ১৫৭
তুমি ভৈলা তুষ্ট যত মহা অস্ত্ৰ
অৰ্জ্জুনক দিলা দান।
যেন যোগ্য পুত্ৰ নাহিকে তোমাৰ
বংশতো নাহি সন্তান ॥
হেন কটু বাণী দ্ৰোণাচাৰ্য্যে শুনি
নকৰি বাক্যে বিৰোধ।
ব্ৰহ্মশিৰা নামে অস্ত্ৰক প্ৰদানি
মনাইলা তাঙ্ক প্ৰবোধ ॥ ১৫৮
ব্ৰহ্মতেজ হন্তে সিটো অস্ত্ৰ ভৈলা
বিপুল তান শকতি।
সবে জগতক নাশিবাক পাৰে
অব্যৰ্থ তাহান গতি ॥
যদ্যপি দিলন্ত নিশ্বাস তেজন্ত
বিমৰিষি গুৰু বৰ।
বোলে পুত্ৰ মোৰ কিছো নজানিল
সজ্জনৰ ব্যৱহাৰ ॥ ১৫৯
অশান্ত চৰিত্ৰ ভৈলা তাৰ মিত্ৰ
পিতৃকো মিত্ৰ নমানে।
যশ ধন মান শূন্য হৈব প্ৰাণ
আপুন চৰিত্ৰ গুণে ॥
শুনি সিটো বোল ভৈলন্ত বিকল
অশ্বত্থামা মহাবলী।
হস্তিনা এৰিলা হেমগিৰি গৈলা
কুবেৰক যুঁজো বুলি ॥ ১৬০
কুবেৰক জিনি শিৰোমণি আনি
পাচে দ্বাৰকাক গৈলা।
আমাক সম্ভাষি মৃদু মৃদু হাসি
বচন বুলিবে লৈলা ॥

বল যশ ৰূপ তোমাৰ স্বৰূপ
জগতে কৰে প্ৰকাশ।
শুনা যদুপতি আমাৰ মিনতি
পূৰিয়োক মন আশ॥ ১৬১
ব্ৰাহ্মণক দান দিয়ো সুদৰ্শন
আমাৰ আনন্দ আতি।
আৰো চাটু নাটু বচন বুলিল
শলাগি আমাৰ প্ৰীতি॥
শুনা নৃপবৰ আকাঙ্ক্ষা দ্বিজৰ
মোহিবাক লাগি চিত্ত।
আত অনন্তৰে দিলোঁ চক্ৰ বৰ
ধৰিলা দ্ৰোণৰ সুত॥ ১৬২
দুহাতে ধৰিলা আলগাই চাইলা
তুলিবাক নপাৰিলা।
তেৱে বোলে বাণী ওবা চক্ৰপাণি
আমাক সন্তুষ্ট কৈলা॥
থোৱা চক্ৰবৰ আছে অস্ত্ৰ মোৰ
তান শক্তি অদভুত।
তিনিও লোকক পাৰোঁ নাশিবাক
যদি কৰো মন্ত্ৰপুত॥ ১৬৩
শুনি সিটো বাণী সচকিত আমি
পুছিলোঁ বাক্য প্ৰমাণি।
কি কাৰণে আৰো চক্ৰক বাঞ্ছাহা
কহিয়োক সত্য বাণী॥
অশ্বত্থামা বোলে সুদৰ্শন বলে
তোমাক জিনিবো হেলে।
ইটো মোৰ ভ্ৰম কিবা অহম্মম
পিতৃৰ বিষাদে মিলে॥ ১৬৪
দিলোঁ পৰিচ্ছেদ তোমাত বিবাদ
নকৰিবো কোনো কাল।
এহি বুলি দ্বিজ অন্য স্থানে গৈলা
মনত হুইয়া বিকল॥
ইটো কথা জানি মোৰ বাক্য মানি
কৰিয়ো কাৰ্য্য নৃপতি।
অৰ্জ্জুন সহিতে চৰিয়ো ৰথত
চলিয়োক দ্ৰুতগতি॥ ১৬৫
অশ্বত্থামা কাল পৰম বিশাল
ব্ৰহ্মশিৰা অস্ত্ৰ ধৰি।
তাহাঙ্ক দলনে অৰ্জ্জুনত বিনে
নাহি জগতৰ বৈৰী॥
ভীম গৈলা ধাই যদি তাঙ্ক পাই
অশ্বত্থামা কৰে কোপ।
ভীম হৈব নাশ আমাৰ দুৰ্যশ
মিলিব মহা সন্তাপ॥ ১৬৬
শুনি হেন বাণী বোলে নৃপমণি
কৃষ্ণক সুমৰি মনে।
তুমি দামোদৰ পাণ্ডৱ ঈশ্বৰ
তোমাকেসে মানে প্ৰাণে॥
সবাৰো কাৰণ তুমি নাৰায়ণ
ইষ্ট নাহি তযু সম।
এতেকে মাধৱ যিহয় উচিত
সাধিয়ো আমাৰ কাম॥ ১৬৭
বোলে চক্ৰপাণি উঠা নৃপমণি
বসিয়ো ৰথত উঠি।
যেন মনোৰথ দেখায়োক পথ
গুড়াকেশ মহাৰথী॥
এহি বুলি কৃষ্ণ ৰথত বসিলা
মনত আনন্দ কৰি।
পাৰ্থ যুধিষ্ঠিৰ সম্ভ্ৰমে বসিলা
কৃষ্ণক মধ্যত কৰি॥ ১৬৮
ৰথ দিলা এৰি বায়ুক সঞ্চাৰি
ৰথ অশ্বসবে ধায়।
ক্ষণেকতে পাইলা ভীমৰ সমীপ
অৰ্জ্জুনৰ ৰথ গই॥
ঐষিক পৰ্ব্বৰ কথা মনোহৰ
শুনন্তে মিলে তৃপিতি।
শুনা সভাসদ তৰিবা আপদ
শ্ৰৱণত হোক ৰতি॥ ১৬৯

কৃষ্ণ নাম গুণ শ্ৰৱণ কীৰ্ত্তন
মুকুত সবাৰো ধৰ্ম্ম।
হেনয় কৃষ্ণক নভজিলা যদি
ভৈলা গৰিহিত কৰ্ম্ম ॥
জানি কৃষ্ণ সেৱা নকৰিবা ত্যাগ
গৃহৰ মিছা জঞ্জালে।
কৃষ্ণৰ সন্তোষে কৰা গৃহকৃত্য
যাৱত নধৰে কালে ॥ ১৭০
ৰাম কৃষ্ণ বাণী সততে ধৰিয়ো
আন ধৰ্ম্ম পৰিহৰি।
ইহাত বিনায় নাহি আন গতি
জানিয়োক নিষ্ঠ কৰি ॥
বোলে কালিদাস মোৰ মনে আশ
বেদৰ বাক্য আচৰি।
নিৰন্তৰে মুখে ঘুষিয়োক সুখে
কৃষ্ণ কৃষ্ণ ৰাম হৰি ॥ ১৭১

---

অশ্বত্থামা আৰু অৰ্জ্জুনৰ মহাঅস্ত্ৰ ত্যাগ; ব্ৰহ্মশিৰা অস্ত্ৰৰ দ্বাৰা উত্তৰাৰ গৰ্ভনাশ আৰু শ্ৰীকৃষ্ণৰ দ্বাৰা পৰীক্ষিতৰ প্ৰাণ সঞ্চাৰ

পদ

বৈশম্পায়ন বদতি শুনা জন্মেজয়।
মিলিল সমৰ যেন অৰ্জ্জুন বিজয় ॥
পুত্ৰৰ সন্তাপে আৰো দ্ৰৌপদীৰ দুখে।
খেদি গৈলা ভীমসেন ক্ৰোধে আনৰিশে ॥ ১৭২
কুৰুক্ষেত্ৰে নপাইলা একোয়ে উদ্দেশ।
অশ্বত্থামা কৃপাচাৰ্য্য গৈলা কোন দিশ ॥
অনন্তৰে শুনিলন্ত লোকৰ মুখত।
দুয়োজনে গৈলা বাল্মীকিৰ আশ্ৰমত ॥ ১৭৩
যদি ৰাজা পুনৰপি পুছাহা আমাত।
কিবা হেতু অশ্বত্থামা গৈলা আশ্ৰমত ॥
শুনা কথা সবিশেষ স্থিৰ কৰি মন।
পিতামহ কথা লাগি তোমাৰ যতন ॥ ১৭৪
ৰাত্ৰি শিবিৰত পশি অশ্বত্থামা বীৰ।
নিদ্ৰাতুৰ জনৰ সাধিলে মহামাৰ ॥
মাৰিলন্ত পাণ্ডৱৰ পঞ্চগুটি সুত।
শোক পাই কুৰুপতি নিন্দিল বহুত ॥ ১৭৫
অনন্তৰে দুৰ্য্যোধন গৈলা পৰলোক।
কৃপ কৃত অশ্বত্থামা চলে হস্তিনাক ॥
যাহন্তে মনত অশ্বত্থামা চিন্তে আতি।
কিনো অৱগৰ্ব্বী মই কিনো মন্দমতি ॥ ১৭৬
মৃতকক সন্তোষিবে হাতে অস্ত্ৰ ধৰি।
অন্ধকূপ অন্ধকাৰে নিদ্ৰিতক মাৰি ॥
কিবা কাৰ্য্য আচৰিলোঁ কিবা পৰাক্ৰমে।
লোকত দুৰ্যশ পৰকালে নিবে যমে ॥ ১৭৭
উগ্ৰশাস্তি কৰিবন্ত নৰকত ধৰি।
পৰম পাতকী মই ছোৱালক মাৰি ॥
স্বৰূপে তস্কৰ ভৈলোঁ অতি পাপাচাৰী।
কৰিলোঁ এতেক পাপ কিবা আশা কৰি ॥ ১৭৮
বহু জন্মে স্বধৰ্ম্ম আচৰে যিটো জন।
শত জন্মান্তৰে হয় ব্ৰাহ্মণ নন্দন ॥
সত্য শৌচ দয়া ক্ষমা যতেক সংযম।
সন্ধ্যা ন্যাস আদি কৰি দ্বিজৰ নিয়ম ॥ ১৭৯
সমস্ত ত্যজিলোঁ হই ব্ৰাহ্মণ সন্ততি।
কিবা কৰ্ম্মফলে মোৰ এতেক বিপত্তি ॥
দুৰ্জ্জনক সন্তোষিবে ভৈলোঁ দুৰ্বিনীত।
আপুনি সাধিলোঁ আপুনাৰ আত্মঘাত ॥ ১৮০
ইন্দ্ৰিয়সবক দমি নিয়মি মনক।
মহা মহা দ্বিজসবে চিন্তে ঈশ্বৰক ॥
কিবা মহা মোহে মই মজিলোঁ আশাত।
মহাপাপ আচৰিলোঁ পৰৰ বেলাত ॥ ১৮১
ধিক ধিক বাহুবল বীৰত্ব আমাৰ।
এহি বুলি আপুনাক ধিকাৰে বিস্তৰ ॥
বোলে অনৰ্থৰ কাৰ্য্য কৰিলোঁ বহুত।
মনক নিয়মি আৰে সাধোঁ নিজ হিত ॥ ১৮২
হেন মত আলোচিয়া দ্ৰোণৰ কুমাৰ।
বাল্মীকিৰ আশ্ৰমত গৈলা একেশ্বৰ ॥

অনন্তৰে শুনা ৰাজা যেন পাচ কথা।
শোক দুখে লই অন্তৰত মহা ব্যথা ॥ ১৮৩
দ্রুতগতি চলে ভীম হুয়া ক্রোধে অন্ধ।
অশ্বত্থামা বধিবাক মনত প্ৰবন্ধ ॥
বাল্মীকিৰ আশ্রমত ভৈলা উপস্থিত।
কৃষ্ণার্জ্জুন দুয়োজনে মিলিল তহিত ॥ ১৮৪
দেখিয়া ভীমক ৰথে কিছোদূৰ হন্তে।
ক্ষণেক ৰহিয়ো দদা পার্থে মাতিলন্তে ॥
পার্থৰ বাক্যত ভীমে নেদিলন্ত কাণ।
বোলে অশ্বত্থামা দুষ্ট আছা কোন স্থান ॥ ১৮৫
লোকক মাৰিলি তই নিদ্রাতুৰ পাই।
সম্মুখত ধৰ অস্ত্র বুজোঁ মুনিষাই ॥
কৈত অশ্বত্থামা বুলি পাৰন্ত আটাস।
শুনি ঋষি সমজ্যাত মিলিল তৰাসু ॥ ১৮৬
হেন শুনি অশ্বত্থামা ভৈলন্ত কম্পিত।
বোলে মোৰ ব্যৰ্থ ভৈলা আত্ম চিন্তা যত ॥
কৰ্ম্মফলে আসিয়া মিলিল বিসঙ্গতি।
ভীমৰ হাতত আজি নেদেখোঁ নিষ্কৃতি ॥ ১৮৭
মাৰিবো মৰিবো কিম্বা ভীমৰ হাতত।
এহি বুলি দশন চোবাবে দ্রোণসুত ॥
ব্রহ্মশিৰা অস্ত্র লৈলা পিতৃপদ স্মৰি।
অনন্তৰে ব্ৰহ্মমন্ত্রে মন্ত্ৰপূত কৰি ॥ ১৮৮
চাৰিদণ্ড মহা অস্ত্র শত্ৰুক হুঙ্কাৰি।
বোলে আজি অপাণ্ডৱা হৌক বসুন্ধৰী ॥
মেঘৰ গৰ্জ্জনে অস্ত্র আকাশে উঠিল।
অস্ত্রৰ মুখত জ্বলে ভীষণ অনল ॥ ১৮৯
দেখি ঋষি দেৱগণে কৰে হায় হায়।
নাৰদ আসিল লৰি দেখি বিপৰ্য্যয় ॥
হেন কালে উপনীত অৰ্জ্জুনৰ ৰথ।
ৰথৰ সাৰথি কৃষ্ণ জগতৰ নাথ ॥ ১৯০
আকাশত দেখি হেন প্ৰচণ্ড অগনি।
আথে বেথে বোলে কৃষ্ণ অৰ্জ্জুনক বাণী ॥
কিবা চাহি আছা সখি কিবা ভাবনাত।
ইটো মহাকাল অস্ত্র দেখন্তে সাক্ষাত ॥ ১৯১
দণ্ড পৰে হৈব নাশ পাণ্ডৱ যতেক।
জানি শীঘ্রে অস্ত্র ধৰি ৰাখা আপোনাক ॥
বৈশম্পায়ন বদতি শুনা ৰাজা সন্ত।
এতেক বুলিলা যেবে কৃষ্ণ ভগৱন্ত ॥ ১৯২
গাণ্ডীৱ ধনুক ধৰি বীৰ ধনঞ্জয়।
জাম্প মাৰি গই ধৰণীত ভৈলা থিয় ॥
অনন্তৰে বোলে গৰ্জ্জি শুনা দ্রোণ-সুত।
পাণ্ডৱক হেন জ্ঞান তোহোৰ মনত ॥ ১৯৩
নিদ্রাতুৰ ভয়াতুৰ শৰণাগতক।
সৰ্ব্বথা কৰন্ত ৰক্ষা যত আৰ্য্য লোক ॥
তই বিপৰীত ভৈলি কাৰ্য্য বিপৰ্য্যয়।
পশুতো অধম হেন পৰম নিৰ্দ্দয় ॥ ১৯৪
তোৰ প্ৰাণ লৈবো আজি মোৰ অঙ্গীকাৰ।
এহি বুলি শঙ্খনাদ কৰি বীৰবৰ ॥
আতি কোপে বাছি লৈলা পাশুপাত অস্ত্র।
গুৰুক সেৱিল মনে গলে ধৰি বস্ত্র ॥ ১৯৫
কৃষ্ণ আৰো যুধিষ্ঠিৰে কৰিলন্ত সেৱ।
বোলে বাক্য তুমি কৃষ্ণ মোৰ ইষ্টদেৱ ॥
যদি তযু পাৱে থাকে মোৰ মন চিত।
অস্ত্ৰসমে অশ্বত্থামা হৌক ভস্মীভূত ॥ ১৯৬
এহি বুলি গাণ্ডীৱ ধনুত দিলা গুণ।
অনন্তৰে অস্ত্র বাছি লৈলন্ত অৰ্জ্জুন ॥
চিকিমিকি কৰে বাণ আতি অনুপাম।
মহেশ প্ৰদত্ত অস্ত্র পাশুপাত নাম ॥ ১৯৭
মন্ত্র পঢ়ি ধনঞ্জয় অস্ত্র দিলা এৰি।
টলমল কৰে ক্ষিতি কম্পে থৰথৰি ॥
ঘনে ঘনে আকাশত হয় বজ্ৰপাত।
বহিল প্ৰচণ্ড বায়ু পৰে উল্কাপাত ॥ ১৯৮
শুনন্তে দেখন্তে লোকে মিলে মহাভয়।
সবে বোলে মিলে আজি অকালে প্ৰলয় ॥
হেন বিপৰীত কাৰ্য্য দেখি আচম্বিতি।
থাম থাম বুলি ব্যাস নাৰদ বদতি ॥ ১৯৯
দুহোৰ সম্মুখে থাকি বোলে দুয়ো বাক।
আপোন বিবাদে কিয় নাশিবা সৃষ্টিক ॥

হৃদয়ত নিচিন্তিয়া সৃষ্টিৰ কাৰণ।
পশুবলে গৰ্ব্ব কৰি যিবা মূঢ়জন ॥ ২০০
সৃষ্টি নাশিবাক চাহে আত্ম প্ৰয়োজনে।
ধৰ্ম্মাধৰ্ম্ম ঈশ্বৰক নমানিল মনে ॥
এতেকে কাৰ্য্যত নিজ পুণ্য হোৱে ক্ষয়।
অন্তকালে যমদুতে নৰক ভুঞ্জায় ॥২০১
উভয়ৰ বাক্য শুনি বুজি অভিপ্ৰায়।
হৃদয়ৰ ক্ৰোধ গৰ্ব্ব ত্যজি ধনঞ্জয় ॥
পুনু মন্ত্ৰবলে কৰি অস্ত্ৰক আহ্বান।
আপোনাৰ মহা অস্ত্ৰ কৈলা সম্বৰণ ॥২০২
অৰ্জ্জুনৰ অস্ত্ৰ যেৱে আসিল হাতক।
ডাক পাৰি অশ্বত্থামা বুলিলন্ত বাক ॥
ক্ৰোধে অন্ধ হুই আমি অস্ত্ৰ দিলোঁ এৰি।
পাণ্ডৱক নমাৰিলে নাহিব বাহুৰি ॥২০৩
ব্ৰহ্মশিৰ অস্ত্ৰ শক্তি সকলে জানয়।
ৰক্ত স্পৰ্শ নকৰিলে মন্ত্ৰ নাদৰয় ॥
তথাপিতো পাণ্ডৱক ৰাখিবাক মন।
উত্তৰাৰ গৰ্ভে আছে পুৰুষ সন্তান ॥২০৪
উত্তৰাৰ গৰ্ভে পশি সন্তানক মাৰি।
আসন্তোক অস্ত্ৰ মোৰ সত্য ৰক্ষা কৰি ॥
অশ্বত্থামা বাক্য শুনি ধনঞ্জয় বীৰ।
ক্ৰোধত অস্থিৰ হুই কাম্পি থৰ থৰ ॥২০৫
বোলে বোল নবধিলে পাপ অশ্বত্থামা।
অৰ্জ্জুনৰ মনে নমানিব দয়া ক্ষমা ॥
এতেক বুলিল যেৱে দুয়ো ঋষি আগে।
অনন্তৰে বোলে বাণী কৃষ্ণ মহাভাগে ॥২০৬

---

### ছবি

বাসুদেৱ নিগদতি শুনা কথা মহামতি
অশ্বত্থামা ব্ৰাহ্মণ তনয়।
যেৱে ৰাজা যুধিষ্ঠিৰ বিৰাট নগৰে থাকে
উত্তৰাৰ ভৈল পৰিণয় ॥
সেহিবেলা একজন তপস্বী ব্ৰাহ্মণ শুদ্ধ
বুলিলন্ত উত্তৰাক চাই।
অল্পকালে কুৰুবংশ হৈবেক জানিবা ধ্বংস
সেহিকালে জানিবা নিশ্চয় ॥২০৭
তযু গৰ্ভে একগুটি পুত্ৰ হৈব উতপতি
কুৰুবংশ ৰক্ষাৰ কাৰণ।
যিহেতু জন্মিব সিটো পৰীক্ষাৰ অৱস্থাত
এতেকতে মিলি ঋষিগণ ॥
থৈব পৰীক্ষিত নাম সাধি চতুৰ্ব্বৰ্গ কাম
ষাঠিবৰ্ষ পাইব সিংহাসন।
হেনয় জনক আৰে নিবা তুমি যমলোক
সাধিবাহা কিবা প্ৰয়োজন ॥২০৮
কৃষ্ণৰ বাক্যক শুনি অশ্বত্থামা বোলে বাণী
শুনা কৃষ্ণ ওবা চক্ৰপাণি।
তুমি নিকৰুণ মতি পাণ্ডৱৰ পক্ষপাতী
মনে যেন কহিলা ৰখানি ॥
আমাৰ বাসনা ইটো নহৈব সাম্ফল সিটো
কুৰু পাণ্ডুবংশ হৌক অন্ত।
তোমাৰ ছলনা যত সমস্তয়ে হৌক হত
নষ্ট হৌক প্ৰভাৱ অনন্ত ॥২০৯
কৃষ্ণ নিগদতি শুনা দ্বিজপুত্ৰ অশ্বত্থামা
অৱশ্য তোমাৰ মন্ত্ৰপুত।
অস্ত্ৰ ব্যৰ্থ নাহি হৈব পৰীক্ষিত বিনাশিব
আমি পুনু কৰিবো জীৱিত ॥
তুমি কাপুৰুষ বুলি হাসিবন্ত খলখলি
আছে যত বীৰৰ সমাজ।
বুজিবন্ত জ্ঞানীগণ তুমি পাপ পৰায়ণ
এতেকতে কৰিলা ইকাজ ॥২১০
শিশুঘাতী মহাপাপ সম্যকে মিলাব তাপ
বেদ শাস্ত্ৰ সবাৰ বিচাৰ।
কৰ্ম্মফলে দৈৱ বল ভবাৰ্ণৱে কৰ্ণধাৰ
তিনিলোকে সমস্ত জীৱৰ ॥
দুৰ্জ্জনক দণ্ডে যম প্ৰচণ্ড অগনি সম
মনে কিছু দয়া ক্ষমা নাই।

কোটি কোটি কল্পমান নৰকত দিয়ে স্থান
তাঙ্ক কেনে সুগুণাহা তই ॥২১১
এতেক কহিলোঁ মই আতি অসহায় হই
মৌন ভাবে সহস্ৰ বৎসৰ।
নিৰ্জন প্ৰদেশ স্থান কৰি সদা পৰ্য্যটন
মহাদুখ লভিবা বিস্তৰ ॥
ভ্ৰূণহত্যা মহাপাপ মহাৰোগে পাই তাপ
লোকালয়ে থাকিবে নপাৰে।
তেজ পুঞ্জ দুৰ্গন্ধিত সৰ্ব্বথায় বিকলিত
হেন দুখ মিলিব তোমাৰে ॥২১২
পাণ্ডুকুল উজ্জ্বালক উত্তৰাৰ তনয়ক
যদিবা গৰ্ভত থাকা মাৰি।
গৰ্ভতে জীৱন্ত হই মাতৃ গৰ্ভ এৰি থই
পাণ্ডৱৰ আদৰত বাঢ়ি ॥
কৃপাচাৰ্য্য পাশে থাকি অস্ত্ৰ শস্ত্ৰ শিকিৱন্ত
শৌৰ্য্যে বীৰ্য্যে হৈব খ্যাতিমন্ত।
এন্তে হৈব মহাৰাজা আনন্দে পালিব প্ৰজা
তাঙ্ক কোনে বৈৰ আচৰন্ত ॥২১৩
পৰম নিৰ্ব্বোধ তুমি এতেকে কহিলোঁ আমি
এহিসে আমাৰ ঠাকুৰালি।
সত্য আৰো তপস্যাৰ চাহা পৰাক্ৰম মোৰ
আজি মোহ অন্ধ চক্ষু মেলি ॥
কৃষ্ণৰ বাক্যক শুনি ব্যাসে বিমৰিষি গুণি
বোলে শুনা দ্ৰোণৰ নন্দন।
ঋষি মুনি যত লোক অৱহেলি সমস্তক
যেৱে তুমি ভৈলা নিদাৰুণ ॥২১৪
যেৱে ব্ৰাহ্মণৰ ধৰ্ম্ম তেজি আচৰিলা কৰ্ম্ম
কৰ্ম্মবন্ধে হৈবা আসকতি।
এতেকতে নিষ্ঠ কৰি কৃষ্ণবাক্য অনুসৰি
ইজন্মতে ভুঞ্জিবা সম্প্ৰতি ॥
ব্যাসৰ বচন শুনি অনন্তৰে মনে গুণি
বোলে বাক্য দ্ৰোণৰ নন্দন।
শুনা ব্যাস মহাঋষি ওবা কৃষ্ণ মহাযশী
যেনমত বুলিলা বচন ॥২১৫

মনুষ্য শৰীৰ পাই ক্ষুধা তৃষ্ণা ৰোগ ভয়
ত্যজিবাক পাৰে কোন জন।
নহৈব অসত্য বাক যেহে এই জীৱ লোক
থাকিবাক ভৈলা মোৰ স্থান ॥
কিন্তু বুজিয়োক সাৰ ক্ষিতিপতি পাণ্ডৱৰ
আছে যত ঐশ্বৰ্য্য বিভূতি।
সিটো সম্পদৰ মূল্য নোহন্ত মণিৰ তুল্য
সত্যে সত্যে কহিলোঁ প্ৰকটি ॥২১৬
ইটো মণি শিৰে ধৰে শৰীৰৰ দুখ এৰে
দৈত্য তস্কৰত শঙ্কা নাই।
যাৱত থাকন্ত প্ৰাণ কোনে কৰিবন্ত দান
হেন মহা মণি ৰত্নচয় ॥
দেৱৰ্ষি নাৰদ ব্যাস দুহো পাৰে মোৰ আশ
এতেকে দুইৰ বাক্য ৰাখি।
দিলোঁ শিৰোমণি মোৰ এহিবুলি মহাবীৰ
মণি লই আতি বিমৰিষি ॥২১৭
ব্যাসৰ আগত থৈলা বোলে যেন ইচ্ছা কৰা
আৰে মোৰ মহা অস্ত্ৰ গই।
গৰ্ভস্থ সন্তান মাৰি সত্বৰে আসোক চলি
তেৱে পাণ্ডৱৰ ৰক্ষা হয় ॥
ব্যাসদেৱে বোলে ভাল ইটো অস্ত্ৰ মহাকাল
মনত অসূয়া নকৰিবা।
ধৰা মোৰ উপদেশ ভজা তুমি হৃষীকেশ
তেৱে নিষ্ঠে নিজক তৰিবা ॥২১৮

---

পদ

ব্যাস বাক্য শুনি অশ্বত্থামা কৰ যুৰি।
বোলে তোমাথেৰ বাক্যে নিজ কক্ষা এৰি ॥
সংসাৰে বিষয় সুখ বোলয় যাহাক।
আজি বৈৰাগ্যৰ পদে সমৰ্পিলোঁ তাক ॥২১৯
কৰাহা আদেশ কৃষ্ণ ঋষি দুয়োজন।
আজি মই চলি যাওঁ বদৰিকা স্থান ॥

আজি হন্তে নাহি পাণ্ডৱত কিছু কোপ।
এহি বুলি মন্ত্রে দিলা ধনুত আটোপ ॥ ২২০
মন্ত্রবলে ব্রহ্মশিৰা মহা অস্ত্রবৰ।
বিদ্যুৎ চমকে গই আকাশে বিস্তৰ ॥
উত্তৰাৰ গৰ্ভ্ত লাগি বায়ুবেগে গৈলা।
গৰ্ভস্থ শিশুক মাৰি বাহুৰি আসিলা ॥ ২২১
জগতৰ আত্মা স্বামী কৃষ্ণ ভগবন্ত।
যাৰ কাৰ্য্য কাৰণৰ নাহি আদি অন্ত ॥
মৃতকক জীয়াইবে লাগি কিবা অদভুত।
সূক্ষ্মৰূপে গৈলা কৃষ্ণ অস্ত্ৰৰ লগত ॥ ২২২
বালকক মাৰি যেবে অস্ত্র বাহুৰিলা।
কৃষ্ণ চতুৰ্ভুজ ৰূপে গৰ্ভত পশিলা ॥
অমৃত নয়নে চাই প্রাণ সঞ্চাৰিল।
চক্ষু মেলি পৰীক্ষিত কৃষ্ণক দেখিল ॥ ২২৩
কৃষ্ণক দেখন্তে ভৈল ভকতিৰ পাত্র।
ভাগৱত শুনিবাৰো এহে ফল মাত্র ॥
শুনা ৰাজা তাত পাচে ভৈল যেন কথা।
অশ্বত্থামা অন্তৰত পাই মহা ব্যথা ॥ ২২৪
অনন্তৰে বৈৰাগ্যক কৰি দৃঢ়মতি।
সংসাৰ সুখত ভৈল মহা বিৰকতি ॥
ত্যজিলন্ত ইন্দ্ৰিয়ৰ যতমানে কাম।
ঊৰ্দ্ধৰেতা হুয়া গৈলা বদৰিকাশ্ৰম ॥ ২২৫
অনন্তৰে মণি পাই পাণ্ডুপুত্ৰগণ।
কায়মনোবাক্যে কৰি কৃষ্ণক বন্দন ॥
ব্যাস আৰো নাৰদক লৈলন্ত সংহতি।
ইন্দ্ৰপ্ৰস্থ লাগি সবে কৰিলন্ত গতি ॥ ২২৬
যাহন্তে ৰথত বসি ৰাজা যুধিষ্ঠিৰ।
কৃষ্ণক বোলন্ত বাণী আশংসা বিস্তৰ ॥
মায়াৰ ৰচনা গৃহ পৰিবাৰ যত।
মিলে সুখ দুখ আদি দৈৱৰ বিহিত ॥ ২২৭
সবে ইটো স্বপ্নপ্ৰায় ভাল মতে জানি।
শোক দুখ পাণ্ড তান্ত মনত নুগুণি ॥
পুনু পুনু খণ্ডিছা আমাৰ সিটো তাপ।
পাণ্ডৱসবৰ যেন তুমি মাৱ বাপ ॥ ২২৮

অনন্তৰে কৰা কৃপা কৰুণা সাগৰ।
পৰম বান্ধৱ বুলি সেৱা কৈলো সাৰ ॥
কায় কৰ্ম্মে হৌক মনে অচলা ভকতি।
দেৱ দ্বিজ সজ্জন সেৱাত হৌক মতি ॥ ২২৯
শ্ৰীকৃষ্ণ বদতি বাঞ্ছা পূৰিল নৃপতি।
আপুনাৰ কৰ্ম্মগুণে ভৈলা শুদ্ধমতি ॥
পৰকাল লাগি নাহি কিছো চিন্তা ভয়।
জ্ঞানন্ততে আপোনাক তাৰিলা নিশ্চয় ॥ ২৩০
হেন আলোচনে পাচে হস্তিনাক পাইলা।
বাদ্যভণ্ডে সেনাচয় আটাস পাৰিলা ॥
ৰণ জয় কৰি যেন পশিলা নগৰে।
ডাক পাৰি জয় জয় ঘোষে নিৰন্তৰে ॥ ২৩১
শুনিয়োক সভাসদ বুজিবা নিশ্চয়।
দৈৱত আছয় যিবা খণ্ডন নহয় ॥
ধাৰ্ম্মিক জনৰো দুখ নিৰন্তৰে দেখি।
সাক্ষাত প্ৰমাণি পাণ্ডৱত লোৱা সাক্ষী ॥ ২৩২
জানি ৰোগ শোক ভয় চিন্তা আদি যত।
শীত উষ্ণ সম সহিয়োক হৃদয়ত ॥
যতেক সংসাৰ দেখা আশাৰ সম্পদ।
লোকৰ বিষয় মানে জীৱৰ আপদ ॥ ২৩৩
জানি সমস্তকে মনে কৰি পৰিহাৰ।
কায় বাক্য মনে কৃষ্ণ সেৱা কৰা সাৰ ॥
বিৰচিল কালিদাস দীন হীন মতি।
সভাসদে কৃষ্ণ কৃষ্ণ ঘোষিয়ো সম্প্ৰতি ॥ ২৩৪

---

দ্ৰৌপদীৰ সান্ত্বনা, যুধিষ্ঠিৰৰ শিৰোমণি ধাৰণ আৰু
শ্ৰীকৃষ্ণ-সংবাদ

ছবি

বৈশম্পায়ন নিগদতি শুনিয়োক নৰপাত
অনন্তৰে যেন পাচ কথা।
অশ্বত্থামা শিৰোমণি পাই পাণ্ডু পুত্ৰগণ
ত্যজি শোক চিন্তা আদি ব্যথা ॥

নিজ নগৰক পাই ভীমসেন অভিপ্ৰায়
বুজি মনে পাৰ্থ মহাজ্ঞানী।
অশ্বত্থামা শিৰোমণি ভীমৰ হাতত দিলা
দাদা লোৱা বুলি মহামানী ॥ ২৩৫
মণি লই বৃকোদৰ ৰঙ্গে গৈলা অভ্যন্তৰ
যথা আছে দ্ৰুপদনন্দিনী।
দ্ৰৌপদীক আশ্বাসিলা শিৰোমণি সমৰ্পিলা
কহিলন্ত যুদ্ধৰ কাহিনী।
শুনি দ্ৰুপদৰ সুতা মনে ভৈলা হৰ্ষযুতা
পুত্ৰশোক ত্যজিল মনত।
প্ৰশংসিল প্ৰিয় পতি সাধিলা আমাৰ প্ৰীতি
এৰি মায়া মমতা প্ৰাণত ॥ ২৩৬
অনন্তৰে যুধিষ্ঠিৰ বসিলন্ত সমাজত
কৃষ্ণক সম্মুখে বসুৱাই।
পাত্ৰ মিত্ৰ সভাসদ বসিলন্ত চতুৰ্ভিতি
যাৰ যেন আসন আছয় ॥
কৃষ্ণৰ অপূৰ্ব্ব ৰূপ দেখি সবে চাপ চুপ
নেত্ৰৰ নিমিষ এৰি চান্ত।
বহু তাৰাগণ মাজে যেন আকাশক ৰাজি
পূৰ্ণচন্দ্ৰ বিৰাজ কৰন্ত ॥ ২৩৭
শ্যাম তনু পীত বাস মুখে মৃদু মৃদু হাস
কণ্ঠে স্যমন্তক মণি জ্বলে
লম্বিত অলকা পান্তি শিৰত শোভে কিৰীটি
দেখি সমজ্যাৰ মন ভুলে ॥
কপালে তিলক জ্বলে কৰ্ণত কুণ্ডল ডোলে
সুপ্ৰসন্ন বদন কমল।
কমল নয়ন দুই ভ্ৰুৰ আতি মনোময়
যেন কামধেনু নিৰমিল ॥ ২৩৮
চাৰু কৰ্ণে তিনিৰেখা তিল ফুল জিনি নাসা
মনোময় অৰুণ অধৰ।
অৰুণ দশন কান্তি যেন মুকুতাৰ পান্তি
বক্ষস্থল আতি ৰুচিকৰ ॥
গলে ডোলে বনমালা লম্বিত জানুত পৰা
আৰো নানা মকৰত মণি।

আজানু লম্বিত হাত কেয়ূৰ কঙ্কণে তাত
উজ্বলয় চিকিমিকি আনি ॥ ২৩৯
নাভি পদ্মকোষ সম জানু দুই মনোৰম
কৰীকৰ সম উৰুস্থল।
অৰুণ চৰণ দুই দৰশনে সুখী হুই
সাধে সবে আত্মাৰ মঙ্গল ॥
হেনয় কৃষ্ণক চাই বসি আছে ধৰ্ম্মৰায়
কৃষ্ণত অৰ্পিল হেন প্ৰাণ।
কৃষ্ণৰ মহিমা গীত স্মৰি মনে পুলকিত
ভক্তি ভাৱে সজল নয়ন ॥ ২৪০
পাণ্ডুৰৰ মহাদই পৰম হৰ্ষিত হই
অশ্বত্থামা শিৰোমণি লই।
ৰাজ সমাজৰ প্ৰতি সেহিবেলা কৰি গতি
অনন্তৰে ৰাজাত বিনায় ॥
মোৰ শোক দুখ দেখি আকুলিত বাক্য ৰাখি
গুৰুৰ পুত্ৰক দিলা ধাৰ।
আনিলাহা শিৰোমণি তান গুণ নতু শুনি
কেনমতে কৰোঁ ব্যৱহাৰ ॥ ২৪১
দ্ৰৌপদীৰ বাক্য শুনি বোলে পাচে যদুমণি
যুধিষ্ঠিৰে থাকিল নমাতি ॥
শুনা পাণ্ডৱৰ ৰাণী কুবেৰৰ ইটো মণি
অশ্বত্থামা লভিল সম্প্ৰতি ॥
ইহাৰ মহিমা গুণ স্যমন্তক মণি সম
যদি তাঙ্ক শিৰত ধৰয়।
ক্ষুধা তৃষ্ণা নিবাৰয় নাহি ৰোগ ব্যাধি ভয়
একোৰে বিঘিনি নলজ্বয় ॥ ২৪২
যক্ষ ৰক্ষ দানৱত নাহি শঙ্কা হৃদয়ত
ৰক্ষা কৰে সদায় শৰীৰ।
শত্ৰু হন্তে পীড়া ভয় কিছো মাত্ৰ শঙ্কা নাই
অকালে মৃত্যুক নাহি ডৰ ॥
মণিৰ মহিমা শুনি পাণ্ডৱৰ মহাৰাণী
বোলে সকৰুণে পুনু বাণী।
আমাৰেসে অনুৰোধে ভয় এৰি ব্ৰহ্মবধে
যদিবা আনিলা ইটো মণি ॥ ২৪৩

মোৰ হেন অভিপ্ৰায় শিবে ধৰে ধৰ্ম্মবায়
তেবে মিলে আনন্দ আমাৰ।
শুনি বাক্য সমুচিত সভাসদ পুলকিত
সমৰ্থিলা বাক্য যত্নুবৰ ॥
বোলে দৈৱ অবিজ্ঞাত বাঞ্ছা কৰা অৰ্থ যত
দৈৱৰ বলত পায় লাগ।
দৈৱলব্ধ অৰ্থ যত সযত্নে কৰি ৰক্ষিত
জ্ঞানী সবে কৰন্ত সম্ভোগ ॥ ২৪৪
কৃষ্ণৰ আদেশ জানি যুধিষ্ঠিৰ মহামানী
মণি মুকুটত আৰি লৈল।
কৃষ্ণেসে মোহিল চিত্ত ভাৰ্য্যা ভাই অৰ্থ বিত
মনে মনে কৃষ্ণত অৰ্পিল ॥
অনন্তৰে বোলে বাণী শুনা কৃষ্ণ যদুমণি
পুনু দিয়া সুমধুৰ বাণী।
তুমি দেৱ সৰ্ব্বজ্ঞান পূৰ্ব্বাপৰ যতমান
জানা তুমি বিশ্বৰ কাহিনী ॥ ২৪৫
এতেকে আমাৰ মতি শুনিবাতো আতি প্ৰীতি
হৃদয়ক পৱিত্ৰ কৰয়।
পুছো কথা নাৰায়ণ দিয়া মোক সমিধান
দূৰ হৌক মনৰ সংশয় ॥
ধনুৰ্দ্ধাৰী দ্ৰোণসুত পাইলা মণি অদভুত
বখানিলা মহিমা বিস্তৰ।
পাইলা অস্ত্ৰ ব্ৰহ্মশিৰা নাশিবাক পাৰে ধৰা
হেনয় শকতি আছে যাৰ ॥ ২৪৬
মহাৰথী হৈব থাক ৰথী সুবুলিলা তাক
কুৰুক্ষেত্ৰ মহা সমৰত।
খুলি শিবিৰৰ দ্বাৰ সাধিলন্ত মহামাৰ
ইটো কথা শুনন্তে অদ্ভুত ॥
জানো মোৰ কৰ্ম্মদোষ বিধাতা কৰিলা ৰোষ
তভো শুনিবাক বাঞ্ছা ভৈলা।
অশ্বত্থামা একজন কৰি কিবা প্ৰৱৰ্ত্তন
আমাৰ পঞ্চক নাশ কৈলা ॥ ২৪৭
যেন মদমত্ত হস্তী অবাধিত যাৰ গতি
হে বীৰ দ্ৰুপদৰ সুত।

লক্ষ লক্ষ মহাবীৰ সন্মুখত নোহে স্থিৰ
তাহাঙ্ক বধিল কেনমত ॥
কিনো হিয়া বজ্ৰসম নিদ্ৰিতৰ ভৈল যম
কোন মহতৰ আজ্ঞা পালি।
সমস্ত বীৰক মাৰি নিৰ্ভয়ে গৈলন্ত ফিৰি
পাণ্ডৱক শোকশেলে শালি ॥ ২৪৮
শুনা শুনা যদুবৰ বিপদ আপদ দ্বাৰ
শোক দুখ সিন্ধুত বুৰিলো।
অবিজ্ঞাত মায়া ডোৰ তাঙ্ক মানি সুখকৰ
নানা মতে যাতনা ভুঞ্জিলোঁ ॥
জানিলোঁ নিশ্চয় কৰি সন্তসেৱা পৰিহৰি
আচৰিলোঁ ঈশ্বৰৰ দ্ৰোহ।
এতেকতে সুখ বুলি দুখ সমুদ্ৰত পৰি
মায়া পাশে সদায় নিগ্ৰহ ॥ ২৪৯
দুস্ত্যজ দুঃসহময় যতেক বিষয়চয়
তাঙ্ক লাগি তথাপি যতন।
কিনো মায়া মধু পাই চুৰ্ত্তি জ্ঞান কিছো নাই
কিবা গতি হৈব নাৰায়ণ ॥
পৰম বিষয়ী নৰে মৰিলে নৰকে পৰে
জীৱন্ততে ভুঞ্জয় নিকাৰ।
ইটো কথা মনে স্মৰি কান্পে হিয়া তৰতৰি
নেদেখোঁ তৰণ আপুনাৰ ॥ ২৫০
বিৰচিল কালিদাস সন্ত সেৱা মনে আশ
হেন কৃপা মিলোক আমাৰ।
সন্তৰ সন্তোষ লাগি কৃষ্ণ দ্বৈপায়ন ঋষি
ৰচিলন্ত ভাৰত পয়াৰ ॥
অৱগাই মন চিত্ত শুনিলে ভাৰত পদ
হোৱে স্বধৰ্ম্মত নিষ্ঠ মতি।
হৰিৰ সন্তোষে বুলি বিষয় কৰ্ম্মক কৰি
সাধে পৰকালত মুকুতি ॥ ২৫১
সমস্ত শাস্ত্ৰত কয় সন্তসবে মুখে গায়
সমস্ত ধৰ্ম্মৰ ৰাজা নাম।
জানি ৰাত্ৰি কিবা দিন ঘোষিয়োক সৰ্ব্বক্ষণ
নিৰন্তৰে কৃষ্ণ ৰাম ৰাম ॥ ২৫২

### পদ

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয় ।
যুধিষ্ঠিৰ বাক্য শুনি দৈৱকী তনয় ॥
বোলে পুছিলাহা যেন কথা শুনিয়োক ।
আত্মজ্ঞানে সংসাৰৰ মায়া এৰিয়োক ॥ ২৫৩
সৰ্ব্বগুণে সুমণ্ডিত হয় স্বধৰ্ম্মত ।
যমক জিনিল সিটো জানিবা নিশ্চিত ॥
পৰকালে হয় তাৰ বৈকুণ্ঠত ঠাই ।
বিষয়ীৰ দোষ গুণে তাঙ্ক নোচোৱয় ॥ ২৫৪
মনুষ্য জনমে পাপ পুণ্য অসংখ্যাত ।
যিবা লাগে কৰ্ম্মফলে খুজি পায় তাত ॥
এতেকে বুজিবা কৰ্ম্ম পুণ্যৰ নিদান ।
জানি কৰ্ম্মপথে ৰাজা হোৱা পুণ্যৱান ॥ ২৫৫
ব্ৰহ্মা হৰ যম আদি যতেক মহন্ত ।
কৰ্ম্মপন্থে মহাতপ সবে আচৰন্ত ॥
অনন্তৰে শুনা কথা শিবিৰ প্ৰমাদ ।
যাক সুমৰণে মিলে মনত বিষাদ ॥ ২৫৬
যি কালত হই দ্ৰোণ সেৱাপৰায়ণ ।
অৰ্জ্জুনক নানা অস্ত্ৰ কৰিলন্ত দান ॥
সেহিবেলা মহা অস্ত্ৰ লৈলা বলে সাধি ।
দ্ৰোণে বুলিলন্ত বাণী তনয়ক বাধি ॥ ২৫৭
ইটো ব্ৰহ্মশিৰা অস্ত্ৰ কালৰ সদৃশ ।
যাৱত জীৱিত আমি নকৰা প্ৰকাশ ॥
নধৰিবা ইটো অস্ত্ৰ লোকৰ আহ্লাদে ।
মোৰ বাক্য নাৰাখিলে পৰিবা বিপদে ॥ ২৫৮
ইহকালে কদাচিতো নহৈব সুমতি ।
অন্তকালে হৈব তোৰ নৰকেসে গতি ॥
এহিহেতু অশ্বত্থামা কপট স্বভাৱে ।
ঘোৰ যুদ্ধ নকৰিলা জানো ক্ৰোধ হোৱে ॥ ২৫৯
কুৰুপতি নজানিলা তাহান শকতি ।
এতেকতে তাঙ্ক নকৰিলা সেনাপতি ॥
আপোন কৰ্ম্মৰ ফল ফলে নিৰন্তৰ ।
যেৱে উৰু ভাঙ্গিলন্ত কুৰু নৃপতিৰ ॥ ২৬০
পৃথিৱীত পৰিলন্ত হাকুলে ব্যাকুলে ।
শৰীৰৰ দুখে যেন জীৱ ৰাজ কৰে ॥
কিনো নিদাৰুণ ভীম দয়া বিবৰ্জ্জিত ।
সেহিবেলা কৰিলন্ত শিৰে পদাঘাত ॥ ২৬১
শোক দুখ অপমানে মৃত্যুৱত হুই ।
কেঙ্কাই ৰহিল ৰাজা মহাদুখ পাই ॥
সন্ধ্যা ভৈলা আমি সবে আসিলোঁ গৃহত ।
কৃপা কৃত অশ্বত্থামা মিলিল তথাত ॥ ২৬২
ৰাজাৰ অৱস্থা দেখি মনে শোক পাই ।
সেহিবেলা বুলিলন্ত দ্ৰোণৰ তনয় ॥
সেনাপতি ভৈলা মানে সবে চাটুকাৰ ।
মনে মনে পাণ্ডৱত চেনেহ বিস্তৰ ॥ ২৬৩
আমি সেনাপতি ভৈলে তোমাৰ বান্ধৱ ।
নিশ্চয় আছিল পাণ্ডৱৰ পৰাভৱ ॥
আছন্ত শকতি হেন আজিও বাহুত ।
আজিও নাশিব পাৰোঁ পাণ্ডুপুত্ৰ যত ॥ ২৬৪
শুনি সাধুৰ্ব্বাদ কৰি দ্ৰোণৰ পুত্ৰক ।
কৰিলন্ত সেনাপতি পদে অভিষেক ॥
শুনিয়োক নৰপতি পৰম মহন্ত ।
কালেসে সবাৰো সুখ দুখ সাধিৱন্ত ॥ ২৬৫
দ্ৰৌণিৰ শকতি নাহি হেনয় কাৰ্য্যত ।
দৈৱবলে মাৰিলন্ত শিৱৰ কৃপাত ॥
শিৱৰ অসীম শক্তি বুজিবা নিতান্ত ।
শিৱৰ আশীষে মনোৰথ পূৰিলন্ত ॥ ২৬৬
ভগৱন্ত ৰুদ্ৰ যাৰ সুপ্ৰসন্ন হয় ।
বল বীৰ্য্য তুচ্ছ তাৰ অমৰত্ব পায় ॥
বাসৱৰো পৰাজয় প্ৰভাৱে শিৱৰ ।
অশ্বত্থামা জয় ভৈলা প্ৰসাদে ৰুদ্ৰৰ ॥ ২৬৭
দেৱৰ দেৱতা শিৱ জানি আছোঁ তত্ত্ব ।
অল্পমতি নজানয় শিৱৰ মহত্ত্ব ॥
সকলো ভূতৰে শিৱ আদি মধ্য অন্ত ।
স্বৰূপত শিৱ সৃষ্টিপতি ভগৱন্ত ॥ ২৬৮
দেৱৰ দেৱতা শিৱ সবাৰ অন্তক ।
অল্প ক্ৰোধে পাৰে সংহাৰিবে ব্ৰহ্মাণ্ডক ॥

অলপ সেৱাত তুষ্ট হোন্ত আশুতোষ।
সেৱক জনত নৰাখন্ত কিছো ৰোষ ॥ ২৬৯
শুনা ৰাজা পূৰ্ব্বকালে দক্ষ প্রজাপতি।
কৰিলন্ত মহাযজ্ঞ শিৱক নমাতি ॥
নকৰিলা শিৱক কিছোই সতকাৰ।
মনে অৱগৰ্ব্ব আতি ভৈলা নৃপবৰ ॥ ২৭০
সি কাৰণে তাৰ মহা যজ্ঞ ভৈলা ভ্ৰষ্ট।
ঐশ্বৰ্য্য বিভূতি সমে দক্ষ গৈলা নষ্ট ॥
শিৱৰ সন্তোষে দক্ষ পুনু পাইলা প্ৰাণ।
পুনৰপি কৰিলন্ত যজ্ঞ সম্পাদন ॥ ২৭১
সেহিহেতু সিদ্ধ সাধ্য কিন্নৰ চাৰণ।
সমস্তয়ে সেৱা কৰে শিৱৰ চৰণ ॥
হেন ভোলানাথ শিৱ সন্তোষ কাৰণ।
মৰিল তোমাৰ পুত্ৰ ইষ্ট বন্ধুগণ ॥ ২৭২
কৃষ্ণৰ মুখত শুনি হেন বাক্যচয়।
সজল নয়নে বোলে ধৰ্ম্মৰ তনয় ॥
পৰম মহন্ত শিৱ আতি শুভাশয়।
সমস্ত জীৱক দেখে শুদ্ধ ব্ৰহ্মময় ॥ ২৭৩
বুলিলা বচন হেন শিৱৰ কাৰণ।
মৰিল তোমাৰ পুত্ৰ যত ইষ্ট জন ॥
ইটো বাক্যে ভৈলা মোৰ মনত সংশয়।
দিয়ো পৰিচ্ছেদ মোক দীন দয়াময় ॥ ২৭৪
কেশৱে বোলন্ত শুনা নৃপ যুধিষ্ঠিৰ।
পৰম দয়ালু শিৱ সন্ত সেৱাপৰ ॥
কুৰুক্ষেত্ৰ মহাযুদ্ধ যেৱে আৰম্ভিলা।
পাণ্ডৱ শিবিৰ দ্বাৰ সদায় ৰক্ষিলা ॥ ২৭৫
ভালে ভালে অষ্টাদশ ৰাত্ৰি গৈলা বই।
শিবিৰ ৰক্ষিলা শিৱ আহ্লাদিত হই ॥
যেৱে সেনাপতি হই অশ্বত্থামা বীৰ।
মধ্য ৰাত্ৰি উপস্থিত পাণ্ডৱ শিবিৰ ॥ ২৭৬
দেখে দুৱাৰত আছে এক মহাবীৰ।
হাতত ত্ৰিশূল খড়্গ আতি চমৎকাৰ ॥
তথাপিতো অশ্বত্থামা বোলে আগবাঢ়ি।
বোলে কোন জন তুমি কৌৰৱৰ বৈৰী ॥ ২৭৭
শিবিৰ দুৱাৰ এৰিয়োক ঝাণ্ট কৰি।
নহলে মৰিবা শৰ অগনিত পুৰি ॥
ছদ্মবেশী শিৱে বোলে শুনন্তে অদ্ভুত।
কিবা অস্ত্ৰ লই তোৰ এতেক আস্ফোট ॥ ২৭৮
চোৰ যুদ্ধে কৌৰৱক সন্তোষিবা তুমি।
হেন কৰ্ম্ম কৰিবাক কেনে দিবো আমি ॥
মহেশ মুখত শুনি হেন দম্ভ বাণী।
পৰম আটোপে দ্ৰৌণি ধৰি ধনু খানি ॥ ২৭৯
বাছি বাছি শেল শূল নানা অস্ত্ৰ এৰে।
ধূৰ্জ্জটিৰ গাৱে পৰি উফৰিয়া পৰে ॥
হেন দেখি পৰম বিস্ময়ে দ্ৰোণসুত।
বোলন্ত মিনতি বাক্য হই অষ্টাঙ্গত ॥ ২৮০
তুমি ব্ৰহ্মা বিষ্ণু কিবা কাল ৰুদ্ৰহৰ।
স্বৰূপ বুজাই দুখ খণ্ডিয়োক মোৰ ॥
ভকত বৎসল দেৱ দেৱ আশুতোষ।
দ্ৰৌণিৰ প্ৰাৰ্থনা শুনি ভৈলন্ত প্ৰকাশ ॥ ২৮১
শিৱক আগত দেখি দ্ৰোণৰ নন্দন।
কৰিলন্ত বহুস্তুতি সন্তোষ কাৰণ ॥
অনন্তৰে প্ৰাৰ্থিলন্ত দুৱাৰক তেজা।
পাণ্ডৱক মাৰি মই কৰোঁ ৰাজপূজা ॥ ২৮২
শিৱে বোলে জন্ম মৃত্যু দুয়ো মায়াময়।
কালক্ৰমে কালেসে সবাৰো সাধে লয় ॥
অনন্তৰে কৰিয়োক কাৰ্য্য যেন হিত।
এহি বুলি আশুতোষ ভৈলা অন্তৰ্হিত ॥ ২৮৩
কৃপ কৃত অশ্বত্থামা শিবিৰক গৈলা।
পঞ্চপুত্ৰ সমে শিবিৰক বিধ্বংসিলা ॥
যদি শিৱে শিবিৰৰ নছাৰে দুৱাৰ।
হেন বা শকতি কিবা আছিল দ্ৰৌণিৰ ॥ ২৮৪
এতেকে বুজিবা তুমি দৈৱেসে কাৰণ।
কাল পূৰ্ণ ভৈলে মিলে সবাৰো মৰণ ॥
তুমি কিবা আমিয়ো মৰিবো যথা কালে।
দুদিনৰ আগ পাচ হয় কৰ্ম্মফলে ॥ ২৮৫
কাল পাত্ৰ ভেদ নাহি মৃত্যুৰ সাক্ষাত।
জন্মিলে মৰণ মিলে সমস্ত দেহত ॥

আৰু জানি জ্ঞানীগণে মৃত্যু চিন্তা এৰি।
কৰ্ম্মক কৰন্ত স্বধৰ্ম্মক ৰক্ষা কৰি ॥ ২৮৬
স্বধৰ্ম্মত থাকি কৰি নিষ্কাম কৰম।
পত্নী পুত্ৰ বান্ধৱক কৰে উপশাম ॥
যতেক কৰয় মানে দম্ভ দ্বেষ এৰে।
ঈশ্বৰ আজ্ঞায় বুলি মাত্ৰ কৃত কৰে ॥ ২৮৭
সৰ্ব্বক্ষণে সুমৰন্ত ঈশ্বৰৰ নাম।
এহিমানে আপোনাৰ পৰম ধৰম ॥
এহিসে মনুষ্য ধৰ্ম্ম মুক্তিৰ উপায়।
নাম ভিন্ন শ্ৰেষ্ঠ ধৰ্ম্ম অন্য নাহিকয় ॥ ২৮৮
হেন জানি শুদ্ধচিত্ত হোৱা তুমি নৃপবৰ।
শোক মোহ ভয় চিন্তা হৈব মষিমুৰ ॥
মুচুৰে তোমাক আৰু কৰ্ম্মৰ বন্ধনে।
স্বভাৱতে হৈবা মুক্ত জীৱন মৰণে ॥ ২৮৯
মুনিয়ে বোলন্ত শুনা ৰাজা জন্মেজয়।
তযু পিতামহ শ্ৰেষ্ঠ পাণ্ডুৰ তনয় ॥
কৃষ্ণৰ কৃপাত পাই এতেক মুকুতি।
শোক তাপ এৰি সবে ভৈলা শুদ্ধমতি ॥ ২৯০
দ্ৰুপদ কন্যাৰো সুস্থ ভৈলা তনু মন।
স্বকী স্বকী কৰ্ম্ম পন্থে নিমজিল মন ॥
ঐষিক পৰ্ব্বৰ কথা ব্যাসৰ বচন।
এহিমানে সমাপতি স্মৰা নাৰায়ণ ॥ ২৯১
বিৰচিল কালিদাস মহা মূঢ়মতি।
মহা অৱগৰ্ব্বী লোক আতি মন্দমতি ॥
ইন্দ্ৰিয় বিকল দেহ ৰুগ্ন আতিশয়।
অহৰ্নিশে বিষয়ৰ চেষ্টা নছাৰয় ॥ ২৯২
ক্ষণে সুখ ক্ষণে দুখ ক্ষণে ভয় পাৱে।
কতোমান অপমান কতো ক্ষুণ্ণ হোৱে ॥
হেনয় চিত্তৰ ইটো মহা চিন্তা জানি।
সৰ্ব্বদোষ ক্ষমিবাহা যত মহাজ্ঞানী ॥ ২৯৩
শুনিয়োক সভাসদ বুজা এহিমান।
পৰম মুকুতি লাগি আছে যাৰ মন ॥
হৰিৰ সন্তোষে বুলি গৃহকৃত্য কৰা।
মন চিত্তে মাধৱৰ সেৱা ধ্যান ধৰা ॥ ২৯৪
সমস্ত লোকৰ জানা ইসে পুৰুষাৰ্থ।
পৰম সম্পদ ৰূপ চাৰি পৰমাৰ্থ ॥
ইসে সনাতন ধৰ্ম্ম মনুষ্য লোকৰ।
সেয়ে হলে সিজিৱন্ত কৰ্ম্ম মনুষ্যৰ ॥ ২৯৫
পৰকালে মিলে পুণ্য ইহকালে কীৰ্ত্তি।
নিৰন্তৰে সাধুসবে গায় গুণ গীতি ॥
কীৰ্ত্তিসমে পুণ্য যাৰ সঞ্চিত নহয়।
কিবা কাৰ্য্য সাধিলন্ত নৰ জন্ম পাই ॥ ২৯৬
সকলো দেহতে পাই বিষয়ৰ ৰস।
মিলে পত্নী পুত্ৰ আদি বিষয় সৰ্ব্বস ॥
মল মূত্ৰ ভুঞ্জি কৰে হৰিষ মনত।
কিছো কাৰ্য্য নসাধিল সিসব জন্মত ॥ ২৯৭
জানি মনে বিষয়ৰ আশা পৰিহৰি।
হৰি সেৱা কৰিয়োক ধৰ্ম্ম ৰক্ষা কৰি ॥
এতেকে হৈৱন্ত জানা আমাৰ কুশল।
লোকত থাকিব খ্যাতি বুলি ধৰ্ম্মশীল ॥ ২৯৮
ঘোৰ কলিকাল ইটো পৰম দুৰ্ব্বাৰ।
নাম ধৰ্ম্ম বিনা নাহি জীৱৰ উদ্ধাৰ ॥
তপ ব্ৰত যাগ যোগ ধৰ্ম্ম নিৰন্তৰ।
জানা সমস্তয়ে হৰিনামৰ কিঙ্কৰ ॥ ২৯৯
হেন হৰিনাম জানা সংসাৰ তৰণী।
জীৱৰ মুকুতি মূলমন্ত্ৰ শিৰোমণি ॥
জানি নিৰন্তৰে তেজি আন যত কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥ ৩০০

---

ঐষিক পৰ্ব্ব সমাপ্ত

অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

## স্ত্ৰী পৰ্ব্ব

—০*০—

বন্দনা

পদ

জয় নমো নাৰায়ণ ব্ৰহ্ম সনাতন।
ব্ৰহ্মা হৰে চিন্তে যাৰ অভয় চৰণ॥
নমো নমো ভগৱন্ত পৰম পুৰুষ।
ভকতৰ গতি দেৱ জয় হৃষীকেশ॥ ২৮২৩২
হৰি বিনে গতি নাই জীৱন মৰণে।
সৰ্ব্ব পুৰুষাৰ্থ সিদ্ধি তাহাঙ্ক স্মৰণে॥
হৃদয়ত থাকি যেহি দিয়ে সৰ্ব্ব বুদ্ধি।
সেহি হৰি স্মৰণে আৰম্ভ হোক সিদ্ধি॥ ২৮২৩৩
অনন্ত ঈশ্বৰ হৰি অনন্ত চৰিত্ৰ।
তযু নামে কৰে ইটো জগত পৱিত্ৰ॥
তোমাৰ মহিমা নজানয় হৰ বিধি।
দাস বুলি কৰা হৰি আৰম্ভৰ সিদ্ধি॥ ২৮২৩৪
সৰস্বতী মাৱ মোত হুয়োক প্ৰসন্ন।
ভাৰতৰ কথা মই কৰোহো ৰচন॥
নাৰীপৰ্ব্ব কথা ইটো সংসাৰতে সাৰ।
ব্যাস মহামুনি পূৰ্ব্বে কৰিলা প্ৰচাৰ॥ ২৮২৩৫
বোলো কৃতাঞ্জলি মই শুনা সভাসদ।
মহামূঢ় হুয়া কৰো ভাৰতৰ পদ॥
কবিতাৰ গুণ নাই নহওঁ পণ্ডিত।
তথাপি ভৈলেক পদ কৰিবাক চিত॥ ২৮২৩৬
মূষিকে বাঞ্ছয় যেন হস্তী সমে যুঁজে।
টিপচী চটকে পৰ্ব্বত লৈবে খোজে॥
সেহিমতে মোৰ মনে আশা ভৈল বৰ।
পঙ্গু হৈয়া ঘোৰাৰ লগত দিলো লৰ॥ ২৮২৩৭
পঞ্চামৃত ভোগ যেন ইচ্ছা দৰিদ্ৰৰ।
মই অজ্ঞানীৰো ভৈল সেহি পটন্তৰ॥
জানি জ্ঞানীগণে নিন্দা নকৰিবা মোক।
মই মূৰুখৰ প্ৰতি প্ৰসন্ন হুয়োক॥ ২৮২৩৮
হৰিৰ চৰণ মনে শিৰোগত কৰি।
ৰচিবো ভাৰত পদ মতি অনুসৰি॥
ঘোৰ আশা কৰো কিন্তু বিদ্যা বুদ্ধিহীন।
আদৰিবা জ্ঞানীজনে জানি অতি দীন॥ ২৮২৩৯
নীচজনে বিকে যদি অমূল্য ৰতন।
তাক জানো ঘৃণা কৰে কোন মহাজন॥
হৰিৰ চৰিত্ৰচয় মহাৰত্ন জানি।
মূঢ়মতি বুলি ঘৃণা নকৰিবা জ্ঞানী॥ ২৮২৪০
শুনিয়োক সৰ্ব্বজন ভাৰতৰ পদ।
আতপৰে নাহি আউৰ ভৱৰ সম্পদ॥
হেন জানি শ্ৰৱণ কীৰ্ত্তন কৰা আক।
তেৰেসে এৰাইবা ঘোৰ যম যাতনাক॥ ২৮২৪১
সদায় শুনিবা বিষ্ণু বৈষ্ণৱ চৰিত।
ইহলোকে পৰলোকে তেবে পাইবা হিত॥
জানি শুনি সবে তৰিবাক কৰা মন।
ৰাম ৰাম ঘুষিয়োক যত সাধুজন॥ ২৮২৪২

### শতপুত্ৰৰ মৃত্যু শুনি ধৃতৰাষ্ট্ৰৰ শোক আৰু সঞ্জয়ৰ সান্ত্বনা দান

#### পদ

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
শুনিলাহা কুৰুক্ষেত্ৰ যুদ্ধৰ নিৰ্ণয় ॥
তাত পাচে যেন ভৈল কৰিয়ো শ্ৰৱণ।
ধৃতৰাষ্ট্ৰ যেনমতে কৰিল ক্ৰন্দন ॥ ২৮২৪৩
যিটো জনে তাহাৰ কৰিলে শোক ক্ষান্ত।
বুলিবো তোমাত মই সিসব বৃত্তান্ত ॥
ভীষ্ম দ্ৰোণ সমে পুত্ৰসবৰ মৰণ।
সঞ্জয়ৰ মুখে ৰাজা কৰিলা শ্ৰৱণ ॥ ২৮২৪৪
যেখনে শুনিলা জ্যেষ্ঠ পুত্ৰৰ মৰণ।
বাপ দুৰ্য্যোধন বুলি হৰিলা চেতন ॥
গুৰি কটা বৃক্ষ যেন ভূমিত পৰিলা।
ধৃতৰাষ্ট্ৰ নৃপতিৰ চেতন হৰিলা ॥ ২৮২৪৫
নাসাত নাহিকে বায়ু নলৰয় গাৱ।
নিঢালে পৰিলা যেন মৃতক স্বভাৱ ॥
চিত হুয়া পৰি আছে ভূমিৰ উপৰে।
কেৱলে চক্ষুৰ জল পৰে ধাৰাসাৰে ॥ ২৮২৪৬
দেখি সঞ্জয়ৰ মনে মিলিল সংশয়।
যদিবা ৰাজাৰো শোকে মৰণ মিলয় ॥
এহি গুণি সঞ্জয়ে তুলিলা ধৰি হাতে।
শীতল জলক আনি ঢালিলেক মাথে ॥ ২৮২৪৭
তথাপিতো ৰাজাৰ শৰীৰ নোহে থিৰ।
দুই ধাৰে পৰে আতি নয়নৰ নীৰ ॥
হেন দেখি সঞ্জয়ৰ আকুল স্বভাৱ।
কিনো বিধাতাৰ কাৰ্য্য বিপৰীত ভাৱ ॥ ২৮২৪৮
বৃদ্ধ বয়সত আৰু কৰি অনাথিতি।
পুত্ৰশোক সাগৰত পেলাইলেক আতি ॥
সুবৰ্ণৰ খাটে যাৰ সতত শয়ন।
উপৰত চন্দ্ৰাতপ দেখি বিতোপন ॥ ২৮২৪৯
সিহেন শৰীৰ পৰে ধূলাত বাগৰি।
কিনো কৰি বিধাতা স্ৰজিলা হৰি হৰি ॥
হেন মনে গুণি সঞ্জয়ৰ দুখ মন।
ৰাজাক সাবটি ধৰি মাতে ঘনে ঘন ॥ ২৮২৫০
কতোবেলি ধৃতৰাষ্ট্ৰ লভিলা চেতন।
হা হা দুৰ্য্যোধন বুলি কৰয় ক্ৰন্দন ॥
হৰি হৰি কৈক গৈল প্ৰাণৰ পুতাই।
তোমাৰ বিৰহে মোৰ ইটো প্ৰাণ যায় ॥ ২৮২৫১
যি শৰীৰে সুগন্ধ চন্দন প্ৰতি নিত।
মহাযত্নে কৰে দাসীগণে সালঙ্কৃত ॥
ইন্দ্ৰ চন্দ্ৰ সূৰ্য্য সম শৰীৰৰ আভা।
হেন মোৰ তনয়ৰ লুপ্ত ভৈল প্ৰভা ॥ ২৮২৫২
দাসগণে যাহাক সেৱয় অনুক্ষণ।
হেন তনয়ৰ ভৈল মৃত্তিকা শয়ন ॥
কোমল শৰীৰ আতি ৰূপ বিতোপন।
হেন শৰীৰক খাইবে শৃগাল শগুণ ॥ ২৮২৫৩
যাহাৰ প্ৰতাপ দেখি সবে কৰে ভয়।
দ্বিতীয় বাসৱ যেন আমাৰ তনয় ॥
হেন মোৰ পুত্ৰক নিলেক কোন যমে।
এহিবুলি হৃদয়ত ঘনে মুষ্ঠি হানে ॥ ২৮২৫৪
পুত্ৰশোকে ৰাজাৰ গাৱত নাহি থিৰ।
ধাৰে বহি যাই আতি নয়নৰ নীৰ ॥
কপালত মুষ্ঠি হানি কৰয় ক্ৰন্দন।
দিলেক বিধিয়ে মোক শতেক নন্দন ॥ ২৮২৫৫
মোৰ দুই চক্ষু হীন ভৈল জন্মাবধি।
পুত্ৰচক্ষু দিল দান কৃপা কৰি বিধি ॥
পূৰ্ব্ব পাপফলে নভৈলেক কাৰ্য্য সিদ্ধি।
হাতে দিয়া কাঢ়ি নিল পুত্ৰ হেন নিধি ॥ ২৮২৫৬
অকালতে কালে হৰি নিল পুত্ৰগণ।
একেলগে মিলিলেক সবাৰো মৰণ ॥
এক পুত্ৰ মৰিলে হৃদয়ে অসহন।
মোৰ ভাগ্যে ভৈল শত পুত্ৰৰ মৰণ ॥ ২৮২৫৭
কিনো মোৰ বজ্ৰময় হৃদয় কঠিন।
পুত্ৰৰ মৰণ শুনি নযায় জীৱন ॥

হৰি হৰি কিনো ঘোৰ কৰি আছো পাপ।
একেলগে পাওঁ শতপুত্ৰৰ সন্তাপ ॥ ২৮২৫৮
মহাশোকে ৰাজাৰ গাৱত নাহি থাৰি।
বীৰগণ সুমৰি কান্দয় পৰি পৰি ॥
হা হা দুৰ্য্যোধন বাপ দুঃশাসন কৰ্ণ।
দুৰ্দ্ধৰিষ বৃষকেতু শকুনি বিকৰ্ণ ॥ ২৮২৫৯
হা বাপ দুৰ্ম্মুখ দুষ্মহ মহাবীৰ।
ভগদত্ত হেন বীৰ পৰিল শৰীৰ ॥
বিৰোচন জয়দ্ৰথ বিজয় সুৰৱ।
হা হা ভুৰিশ্ৰৱা বীৰ শৈল্য নৃপবৰ ॥ ২৮২৬০
হৰি হৰি ভীষ্ম পিতৃ মোক গৈলা এৰি।
নৰহে জীৱন মোৰ তোমাক সুমৰি ॥
প্ৰতিপালি তুলিলা আমাক পুত্ৰ সম।
এবে মোক এৰি তুমি গৈলা কোন যম ॥২৮২৬১
বাঞ্ছিলে মিলয় তযু আপোন মৰণ।
পশুৰামে তোমাত হাৰিলে ঘোৰ ৰণ ॥
হেন ভীষ্মবীৰ তুমি পৰিলাহা ৰণে।
কিমতে সহিবো প্ৰাণে নৰয় জীৱনে ॥ ২৮২৬২
কৰ্ণ হেন বীৰ যেন ত্ৰৈলোক্য বিজয়।
যাৰ নাম শুনি দেৱাসুৰেও কাম্পয় ॥
হেন কৰ্ণ বীৰ পৰি ৰৈল ঘোৰ ৰণে।
কিমতে সহিবো প্ৰাণে তাহাৰ মৰণে ॥ ২৮২৬৩
দ্ৰোণ সম বীৰ নাই ই তিনি লোকত।
অব্যৰ্থ সন্ধান যাৰ পণ্ডিত ৰণত ॥
শত্ৰুগণে ভয় কৰে যাৰ নাম শুনি।
হেন দ্ৰোণবধে মোৰ নৰয় পৰাণী ॥ ২৮২৬৪
হৰি হৰি কৈক গৈলি শকুনি দুৰ্ম্মতি।
তইসে কৰাইলি মোক এনুবা দুৰ্গতি ॥
ভীষ্ম দ্ৰোণ বিদুৰে বুলিল বহু হিত।
আপদ কালত তাক দেখিলোহো তিত ॥ ২৮২৬৫
পূৰ্ব্ব জন্মে কিনো ঘোৰ আচৰিলা পাপ।
সিকাৰণে পাওঁ মই দাৰুণ সন্তাপ ॥
শত পুত্ৰশোকে মোৰ প্ৰাণ ফুটি যায়।
বৃদ্ধকালে মোৰ কিনো ভৈলেক বিলায় ॥ ২৮২৬৬
হা পুত্ৰ দুৰ্য্যোধন অন্ধৰ নয়ন।
তোৰ শোকে মোৰ দেহে নৰহে জীৱন ॥
হস্তী ঘোৰা ৰথে যাৰ আগ পাচ কৰি।
সৈন্য সেনাগণে থাকে সতত আৱৰি ॥ ২৮২৬৭
পাত্ৰ মন্ত্ৰী ভ্ৰাতৃ সমে বহল বিস্তৰ।
সভা মাজে থাকে যেন দ্বিতী পুৰন্দৰ ॥
হেন পুত্ৰ পৰি ৰৈল ৰাজ্য পৰিহৰি।
ইটো মহাশোক মই সহো কেন কৰি ॥ ২৮২৬৮
যাত ভেৰ নিশান বাজয় জয়ঢোল।
প্ৰজা সমূহৰ সুশুনিয়া মাত বোল ॥
হেন হস্তিনাত ৰৱ নাহি মানুষৰ।
কাংস পৰি জিম গৈল সমস্তে নগৰ ॥ ২৮২৬৯
শতেক পুত্ৰৰ নৰহিল একজন।
কোনে মোৰ পিণ্ড জলাঞ্জলি দিবে দান ॥
বিধিৰ কপট মোত মিলিল অধিক।
ইটো চাৰ জীৱন আছোক ধিক ধিক ॥ ২৮২৭০
যৈত পৰি আছে পুত্ৰ শুনিয়ো সঞ্জয়।
তৈকে লাগি নিয়া মোক পৰাণ নৰয় ॥
শতেক পুত্ৰৰ মোৰ শতেক বোৱাৰী।
মোৰ হেন দশা কিনো সবে ভৈল বাঁৰী ॥ ২৮২৭১
শুনাহা সঞ্জয় মোৰ কণ্ঠাগত প্ৰাণ।
পটেশ্বৰী গান্ধাৰীক জাণ্টে মাতি আন ॥
পুত্ৰ শোকশেলে মোৰ ভেদিল হৃদয়।
ক্ষণিকতে যাওঁ মই যমৰ নিলয় ॥ ২৮২৭২
এহি বুলি ৰাজা আতি আকুলিত ভৈলা।
পুনৰপি ধৰণীত পৰি মূৰ্চ্ছা গৈলা ॥
নাহিকে ৰাজাৰ গাৱে চেতন সমূলি।
দেখিয়ো সঞ্জয়ে ধৰিলন্ত হাতে তুলি ॥ ২৮২৭৩
কতোবেলি ধৃতৰাষ্ট্ৰ লভিলা চেতন।
পুত্ৰৰ সন্তাপে আতি ভৈল ক্ৰোধমন ॥
শোক অগ্নি উধাই মনে ৰাগি গৈলা আতি।
বুলিলা বচন পাচে সঞ্জয়ক মাতি ॥ ২৮২৭৪
শুনিয়ো সঞ্জয় মোক নিয়ো এতিক্ষণ।
যৈত আছে দুৰাচাৰ পাণ্ডুপুত্ৰগণ ॥

পাপিষ্ঠ ভীমৰ আজি হৃদয় বিদাৰো।
খাণ্ডা হানি অৰ্জ্জুনৰ শিৰশ্ছেদ কৰো॥ ২৮২৭৫
ধৰ্ম্মাত্মা সুধীৰ যুধিষ্ঠিৰ নৃপবৰ।
সমৰ্পিবো আঙ্ক আজি হস্তিনা নগৰ॥
এহি বুলি বৃদ্ধ ৰাজা বাতুলৰ নয়।
পুত্ৰৰ সন্তাপে আতি শৰীৰ জ্বলয়॥ ২৮২৭৬
দেখিয়া সঞ্জয় দুখী ৰাজাৰ স্বভাৱ।
কৰে কৰ ধৰি তাঙ্ক বুলিলন্ত ভাৱ॥
নকৰা সন্তাপ থিয় হোৱা মহাৰাজ।
দেখিছা যতেক সবে বিধাতাৰ কাজ॥ ২৮২৭৭
নকৰিবা অনুশৌচ তুমি মহাজ্ঞানী।
আগম পুৰাণ শাস্ত্ৰ জানিছা আপুনি॥
মই কি প্ৰবোধ দিবো তুমি মহাজ্ঞানী।
নিজ হৃদয়ত ভালমতে চোৱা গুণি॥ ২৮২৭৮
বৃদ্ধতো প্ৰধান শাস্ত্ৰে পৰম পণ্ডিত।
ধৰণীমণ্ডলে তুমি ৰাজা অখণ্ডিত॥
অকণ্টকে মহাসুখে প্ৰজাক পালিলা।
স্বৰ্গতো অধিকে তুমি ভোগক ভুঞ্জিলা॥ ২৮২৭৯
শতপুত্ৰ তুমি লভিলাহা মহাৰাজ।
মহাসুখে পালি আছিলাহা ৰাজ কাজ॥
এতিয়া তোমাৰ সেই দশা পালটিল।
পুত্ৰশোকে চিৰকাল কান্দিবাক ভৈল॥ ২৮২৮০
জানিবাহা কৰ্ম্মাধীন সমস্ত সংসাৰ।
বিষয়ৰ যত সুখ সকলো অসাৰ॥
ধন জন পুত্ৰ ভাৰ্য্যা বিষয়ৰ যোগ।
কৰ্ম্ম অনুসাৰে মাত্ৰ পাই ভোগাভোগ॥ ২৮২৮১
ক্ষণিক সংসাৰ ইটো নোহে চিৰস্থায়।
আত চিন্তা কৰা মিছা জানা মহাৰায়॥
পূৰ্ব্বে যত আছিলেক ৰাজা ৰাজেশ্বৰ।
দিলীপ মান্ধাতা পৃথু ৰঘু নৃপবৰ॥ ২৮২৮২
নহুষ যযাতি হৰিশ্চন্দ্ৰ মহামতি।
সগৰ প্ৰমুখ্যে আনো আছিল নৃপতি॥
সসাগৰা বসুমতী সিসবে ভুঞ্জিলা।
মহাযজ্ঞ দান আদি অনেক কৰিলা॥ ২৮২৮৩
পৃথিৱীৰ ব্ৰাহ্মণক নানা দান দিলা।
দুখী ভিক্ষী আদি সবে অদৰিদ্ৰ ভৈলা॥
কৰিলা অনেক সদকৰ্ম্ম যজ্ঞবৰ।
তথাপি নেৰাইলা কেহো কালৰ হাতৰ॥ ২৮২৮৪
আছিল ৰাৱণ ৰাজা বীৰ মাজে সাৰ।
স্বৰ্গ মৰ্ত্ত্য পাতাল কৰিলা অধিকাৰ॥
অলেখ আছিল তাৰ পুত্ৰ নাতিগণ।
কোনে সীমা কৰিবেক যত পৰিজন॥ ২৮২৮৫
নাছিল বলৰ ওৰ মুনিস প্ৰধান।
তাৰ ভয়ে দেৱগণো সদা কম্পমান॥
যেখনে ধৰিলে কালে কোনে ৰাখে তাক।
একেতিলে সৰ্ব্বনাশ কৰিলে সবাক॥ ২৮২৮৬
এতেকতে মনে তুমি কৰিয়ো বিচাৰ।
জনম মৰণ দুই কৰ্ম্ম বিধাতাৰ॥
উপজিলে মৃত্যু আছে সংসাৰ ভিতৰে।
কাল অনুসাৰে জীৱ যাতায়াত কৰে॥ ২৮২৮৭
কেহো চিৰঞ্জীৱ নোহে ই তিনি ভুৱনে।
হেন জানি ৰাজা শোক নকৰিবা মনে॥
হেনমতে সঞ্জয়ে প্ৰবোধে নানাভাৱে।
তথাপিতো কান্দে ৰাজা শোকত বিনাৱে॥ ২৮২৮৮
বৈশম্পায়ন বোলে শুনা সুভদ্ৰাৰ নাতি।
আৰোবাৰ বুলিলন্ত সঞ্জয় সুমতি॥
শুনা শুনা ৰাজা কুৰুকুলৰ নন্দন।
হেনয় বিকল তযু নহয় শোভন॥ ২৮২৮৯
ভালমতে গুণি চোৱা আপোন মনত।
মৰণ এৰাইবে কোনে পাৰে ত্ৰৈলোক্যত॥
ব্ৰহ্মা বিষ্ণু মহেশ্বৰো আছয় পতন।
ই তিনি লোকত কেহো নাই অমৰণ॥ ২৮২৯০
শুনা শুনা মহাৰাজা বোলোহো তোমাত।
কালৰ অধীন জানা তিনিয়ো জগত॥
কাল পূৰ্ণ ভৈলে ৰাখে নাহি হেন জন।
সি জনৰ যেনে তেনে মিলিবে মৰণ॥ ২৮২৯১
সমস্তৰে মৃত্যু আছে জানা নৰৰায়।
হেন জানি আত তযু শোক সুযুৰায়॥

নাৰদে তোমাত পূৰ্ব্বে বুলিলা যেহেন।
বংশ নাশ হেতু দুৰ্য্যোধন উতপন্ন ॥ ২৮২৯২
সেহি কথা মনে সুমৰিয়ো অন্ধৰাজ।
দুৰ্য্যোধন হেতু নাশ সমস্ত সমাজ ॥
ভীষ্ম দ্ৰোণ বিদুৰে বুজাইল যেন নীত।
দুৰ্য্যোধন দুষ্টে তাক দেখিলে অহিত ॥ ২৮২৯৩
মহাশান্তি গান্ধাৰী তাহান নিজমাৱ।
তেহো বাধা-বাণী বহু বুজাইলন্ত ভাৱ ॥
তথাপি কাহাৰো বাক্য নমানি দুৰ্জ্জন।
আপুনি মৰিল মাৰিলেক জ্ঞাতিগণ ॥ ২৮২৯৪
শুনা আৰো মহাৰাজা বোলোহো উচিত।
পূৰ্ব্বে নুশুনিলা তুমি বিদুৰৰ হিত ॥
যি কালত পুত্ৰ দুৰ্য্যোধন উপজয় ॥
কাঢ়িলা গৰ্দ্দভ ৰাৱ জন্মি দুৰাশয় ॥ ২৮২৯৫
তৈসানিয়ে বুলিলা বিদুৰ মহাজ্ঞানী।
ইটো পুত্ৰ কুলক্ষয় হেতু নিষ্ট জানি ॥
হেন জানি আক তুমি যত্নে পৰিহৰা।
আত শ্ৰদ্ধা কৰি পাচে দুখত নপৰা ॥ ২৮২৯৬
বিদুৰৰ হিতবাণী নুশুনিলা তাক।
যাৰে জীৱা মানে তযু ভৈল কান্দিবাক ॥
পুৰণি কথাক সুমৰিয়া মহাশয়।
এবে তযু শোক কৰিবাক যোগ্য নয় ॥ ২৮২৯৭
তুমিসে বঢ়াইলা দ্বন্দ্ব পাণ্ডৱ সহিতে।
তোমাৰ কুযশ বৈল তিনিয়ো জগতে ॥
তুমি পাশা পাতিলাহা পাণ্ডৱক আনি।
কে জিনৈ কে জিনৈ বুলি পুছিলা আপুনি ॥২৮২৯৮
পাণ্ডৱৰ কাঢ়িয়া লৈলাহা সামৰাজ।
মাৰিবাক লাগিয়া পঠাইলা বনমাজ ॥
পঞ্চখানি গ্ৰামক খুজিলা পাণ্ডুসুত।
আপুনি আসিলা হৰি নিজে হুয়া দুত ॥ ২৮২৯৯
কৃষ্ণক বিমুখ কৰিলেক দুৰ্য্যোধন।
কিন্তু তুমি তাত নিদিলাহা সন্নিধান ॥
ভীষ্ম দ্ৰোণ কৃপে বুলিলন্ত হিতবাণী।
নুশুনিলা তাক তুমি পুত্ৰবাক্য মানি ॥ ২৮৩০০

কেৱলে দেখিলা কৰ্ণ শকুনিক হিত।
আন সমস্তৰে কথা মানিলা অহিত ॥
হাসি দুৰ্য্যোধনে যেবে কৰতালি দিলা।
ৰঙ্গ চাহি তুমি ৰাজা তেখনে আছিলা ॥ ২৮৩০১
কিছু নকৰিলা তুমি কৰিবাক পাৰি।
এবে অনুতাপে একো ফলক নধৰি ॥
হেন জানি চিত্ত স্থিৰ কৰা মহাৰাজ।
দৈৱেসে কৰাৱে মাত্ৰ ভাল মন্দ কাজ ॥ ২৮৩০২
ধৃতৰাষ্ট্ৰে শুনি হেন সঞ্জয়ৰ কথা।
হৃদয় দগধ আতি মনে পাই ব্যথা ॥
শোকে দেহা দহে আতি উৎকণ্ঠিত চিত্ত।
পুনৰপি মূৰ্চ্ছা গৈয়া পৰিল ভূমিত ॥ ২৮৩০৩
বৈশম্পায়ন বোলে ৰাজা কহো শুনা সাৰ।
বিদুৰে দেখিলা পাচে অৱস্থা ৰাজাৰ ॥
সম্বিত চাপিয়া ধৰি বুলিলা বচন।
উঠা উঠা মহাৰাজা নকৰা ক্ৰন্দন ॥ ২৮৩০৪
যাৰ যেহি দিন মৃত্যু লিখি আছে ধাতা।
তাক এৰাইবাক কাৰ আছয় ক্ষমতা ॥
শুনি আছা পূৰ্ব্বে যত মহাৰাজগণ।
চিৰঞ্জীৱী হুয়া জানো আছে কোনজন ॥ ২৮৩০৫
উপজিলে মৃত্যু তাৰ অৱশ্যে আছয়।
আত চিন্তা কৰা মিছা জানা মহাৰায় ॥
যেন জীৰ্ণ বস্ত্ৰ এৰি নৱবস্ত্ৰ লয়।
ভগ্নগৃহ এৰি নৱগৃহে প্ৰবেশয় ॥ ২৮৩০৬
তাৰ ভিন্ন ভাৱ নাই জনম মৰণ।
কাল ভৈলে হৈবে জানা সবাৰো ধ্বংসন ॥
উপজিয়া মৰে কেহো মৰে দশমাসে।
গৃহবাসে মৰে কেহো কেহো বা ঔদাস্যে ॥ ২৮৩০৭
গৰ্ভতে মৰয় কেহো নিজ কৰ্ম্মফলে।
কেহো কাকো মাৰিবে নোৱাৰে মহাবলে ॥
সকলো মৰিব কিন্তু নিয়ম বিদুৰ।
আগ পাচ কৰি সবে যাইবে যমপুৰ ॥ ২৮৩০৮
মৃতজন হেতু তুমি নকৰিবা শোক।
ৰণত পৰিয়া সবে গৈল স্বৰ্গলোক ॥

সম্মুখ সমৰে যাৰ মিলয় মৰণ।
অৱশ্যে সিজন কৰে স্বৰ্গক গমন ॥ ২৮৩০৯
এতেকে নকৰা শোক তুমি মহাৰায়।
কান্দিলেয়ো তযু পুত্ৰ নাসিব ঢুনাই ॥
আৰো মহাৰাজ তুমি গুণিয়ো মনত।
দুৰ্য্যোধন কুমতিৰ জন্ম সময়ত ॥ ২৮৩১০
মই যে বুলিলো তাক পেলায়ো জলত।
আতহন্তে পাচে মিলিবেক উতপাত ॥
ইহাৰ কাৰণে কুৰুকুল হৈবে ক্ষয়।
সসাগৰা পৃথিবীৰ মিলিবে প্ৰলয় ॥ ২৮৩১১
গান্ধাৰীয়ো তোমাক বুলিলা বহু হিত।
মৰায়োক দুৰ্জ্জনক ভীমৰ হাতত ॥
তাকো নুশুনিলা তুমি পুত্ৰৰ স্নেহত।
সন্তাপক নুযুৰাই আপোন দোষত ॥ ২৮৩১২
বিদুৰৰ শুনি হেন প্ৰবোধ বচন।
লোতক মুচিয়া কিছু ভৈলা সন্ধুক্ষণ ॥
কিন্তু শোকে দহে আতি ৰাজাৰ পৰাণ।
মনত বোলয় ধিক মোৰ এ জীৱন ॥ ২৮৩১৩
হা হা মৰিলেক মোৰ শতেক তনয়।
বৃদ্ধকালে মোৰ কোন হৈবেক আশ্ৰয় ॥
কিনো মোৰ বজ্ৰময় হৃদয় কঠিন।
পুত্ৰৰ সন্তাপে কেনে নযায় জীৱন ॥ ২৮৩১৪
এহি বুলি বৃদ্ধৰাজা কৰিছে ক্ৰন্দন।
ৰাজাৰ দেখিয়া দুখ কান্দে সৰ্ব্বজন ॥
শুনা সভাসদ পদ মহাভাৰতৰ।
মনুষ্যৰ লাভ আৰ নাই আত পৰ ॥ ২৮৩১৫
বিষ্ণু বৈষ্ণৱৰ কথা সবে কৰা ৰতি।
একচিত্ত মনে কৰা কৃষ্ণত ভকতি ॥
তেৱেসে এৰাইবা ঘোৰ সংসাৰৰ নিকাৰ।
ৰাম ৰাম বুলি কৰা পুৰুষ উদ্ধাৰ ॥ ২৮৩১৬

---

ধৃতৰাষ্ট্ৰৰ প্ৰতি ব্যাসৰ উপদেশ আৰু পূৰ্ব্ববৃত্তান্ত কথন

ছবি

মুনিয়ে বোলন্ত বাণী শুনা শুনা নৃপমণি
কহো যেন ভৈল পাচ কথা।
ৰাজা আতি দুখ মনে বিষাদ কৰন্ত ঘনে
কান্দে পৃথিবীত দিয়া মাথা ॥
হিয়াত হানন্ত মুঠি বাতুল লক্ষণ আতি
পুত্ৰ পুত্ৰ বুলি গেৰি পাৰে।
কিনো আচৰিলো পাপ পাওঁ হেন পুত্ৰ তাপ
কিয় প্ৰাণ নযাই বাহিৰে ॥ ২৮৩১৭
হৰি হৰি দৈৱ বিধি হাতে দিয়া পুত্ৰ নিধি
পুনু নিলা সমস্তকে বধি।
তনয়ত কৈলো আশ তুমি কৰিলাহা নাশ
যেন ভৈল সপোনৰ নিধি ॥
এক পুত্ৰ হন্তে লোক ভুঞ্জয় বিবিধ সুখ
মোৰ তেন শতেক তনয়।
তভো সুখ নিমিলল শকুনি বংশক খাইল
যেন অগ্নি কাষ্ঠক দহয় ॥ ২৮৩১৮
বৃদ্ধকালে হেন মোৰ মিলিলেক দুখ ঘোৰ
কিনো মোৰ এ মন্দ কপাল।
বিধিয়ে কৰিলে হেন অন্ধ বৃদ্ধ পুত্ৰহীন
সহো কেনে হেন হৃদিশাল ॥
পুত্ৰৰ বিয়োগ দুখে গান্ধাৰী মৰিব শোকে
কাৰ্য্য নাই মোৰো জীৱনত।
ভাগ্যে ৰাজ্য হৰুৱাইলো সুখৰ বঞ্চিত ভৈলো
কুখ্যাতিয়ো ৰৈল জগতত ॥ ২৮৩১৯
এহিমতে ৰাজা শোকে বিলাপ কৰন্ত দুখে
হেন সময়ত মুনি ব্যাস।
অন্ধকৰ দুখ জানি তথাকে আসিলা মুনি
পাইলা কুৰু নৃপতিৰ পাশ ॥
ৰাজাক বিষাদ যুত দেখি পৰাশৰসুত
বুলিলাহা বচন সাদৰি।

শুনা শুনা কুৰুবৰ নাকান্দিবা তুমি আউৰ
চিত্ত স্থিৰ কৰা ধৈৰ্য্য ধৰি ॥ ২৮৩২০
মিছাতে কৰিছা শোক শৰীৰত দিছা দুখ
কপালেসে জানা আদি মূল।
আৰো শুনা কহো মই পূৰ্ব্বৰ কাহিনীচয়
উপজিলা যত ক্ষত্ৰি কুল ॥
একদিনা মই গৈলো ব্ৰহ্মাৰ স্থানক পাইলো
দেখিলো উত্তম সভাখান।
নাৰদাদি মুনিবৰ্গ মাৰ্কণ্ড অঙ্গিৰা ভাৰ্গ
আছিল তহিতে মুনিগণ ॥ ২৮৩২১
আসি হেন সময়ত পৃথিবীয়ে বিনাৰন্ত
বিধাতাৰ ধৰিয়া চৰণে।
নমো নমো ব্ৰহ্মাদেৱ তয়ু পাৱে কৰো সেৱ
মোৰ গুৰু নাহি তুমি বিনে ॥
এখনি গোচৰ কৰো মই মহাদুখে মৰো
শুনা কহো সমস্ত তোমাক।
ক্ষত্ৰি কুলে লভি জাত মোক কৰে উতপাত
সেহি দুখ হন্তে ৰাখা মোক ॥ ২৮৩২২
পূৰ্ব্বে ভৈলা উতপন্ন ৰাক্ষস দানৱগণ
মোক দুখ দিলেক অপাৰ।
জন্মি পাচে নাৰায়ণ বিনাশিয়া দুষ্টগণ
সিটো দুখে কৰিলা উদ্ধাৰ ॥
সম্প্ৰতি সিসব খ্যাত ক্ষত্ৰি কুলে ভৈলা জাত
আৰোবাৰ মোক দিয়ে দুখ।
একোমতে পিতৃ মোৰ নাহিকে দুখৰ ওৰ
অদ্যাপি নাহিকে মোৰ সুখ ॥ ২৮৩২৩
নৰয় নৰয় প্ৰাণ হেন দুখে কৰা ত্ৰাণ
তুমিসে আমাৰ আদি দেৱ।
তুমি মোৰ আদি কৰ্ত্তা সুখ দুখ মোক্ষদাতা
তুমি বিনা মোৰ নাহি কেৱ ॥
যদি তুমি উপকাৰ নকৰিবা মোক আৰ
তেৱেতো যাইবোহো ৰসাতল।
এহি বুলি বসুমতী মৌন হুয়া ৰৈলা সতী
মন দুখ চিন্তিয়া সকল ॥ ২৮৩২৪

পৃথিবীৰ বাণী শুনি বিধাতা মনত গুণি
পাচে তাঙ্ক দিলা সমিধান।
শুনিয়োক বসুমতী চিন্তা নকৰিবা অতি
শুনা বোলো বচন প্ৰমাণ ॥
কৌৰৱ বংশত জাত দুৰ্য্যোধন নাম খ্যাত
হৈব ধৃতৰাষ্ট্ৰৰ তনয়।
তান হন্তে তোমাসাৰ খণ্ডিবেক মহাভাৰ
মনে তুমি নকৰা সংশয় ॥ ২৮৩২৫
পুনৰপি মহাসতী বুলিলা ব্ৰহ্মাক মাতি
হে পিতামহ শুনিয়োক।
কেনমতে দুখ ঘোৰ নিবাৰণ হৈবে মোৰ
প্ৰপঞ্চিয়া মোত কহিয়োক ॥
শুনি ব্ৰহ্মাদেৱে তান্ত আৰোবাৰ বুলিলন্ত
আশ্বাসিয়া মধুৰ বচন।
যেনমতে তোমাসাৰ গুচিবেক মহাভাৰ
শুনা কহো তাৰ বিবৰণ ॥ ২৮৩২৬
চন্দ্ৰবংশে উতপন্ন কুৰু পাণ্ডু নাম ভিন্ন
একে সহোদৰ দুইজন।
ধৃতৰাষ্ট্ৰ হন্তে জাত দুৰ্য্যোধন আদি খ্যাত
হৈবে তান শতেক নন্দন ॥
পাণ্ডু হন্তে পাঁচজন উপজিবে ভ্ৰাতৃগণ
দেৱ অংশে পৰম সজ্জন।
ৰাজ্য হেতু দুইহান্তৰ মিলিবে কন্দল ঘোৰ
একত্ৰ হৈবেক ক্ষত্ৰিগণ ॥ ২৮৩২৭
যদুকুলে অৱতৰি ভাৰ হৰিবাক হৰি
পাণ্ডৱৰ হৈবেক সহায়।
কুৰুক্ষেত্ৰে লগাই ৰণ তাতে যত ক্ষত্ৰিগণ
সমস্তকে লগাইবেক ঠাৱ ॥
এতেকে পৃথিবী আমি বুলিলো নিশ্চয় বাণী
নকৰিবা চিন্তা অকাৰণ।
দুৰ্য্যোধন হেতু সাৰ গুচিবে তোমাৰ ভাৰ
এবে তুমি কৰিয়ো গমন ॥ ২৮৩২৮
হেন শুনি বসুমতী প্ৰণামি ব্ৰহ্মাক সতী
নিজ স্থানে কৰিলা পয়াণ।

শুনা আৰে নৰনাথ যেনয় শুনিলো তাত
বুলিলোহো তোমাত প্ৰমাণ ॥
সেই দুৰ্য্যোধন আসি গান্ধাৰীৰ গৰ্ভে পশি
ভৈলা মহা দুষ্ট ক্ৰোধশালী।
তযু বংশ ধ্বংস হেতু জন্মিলাহা আসি সিটো
জানিবা নিশ্চয় ক্ৰুৰ কলি ॥ ২৮৩২৯
সি কাৰণে ক্ষত্ৰিগণ হুয়া সবে একস্থান
কুৰুক্ষেত্ৰে ভৈলেক নিৰ্য্যাণ।
এতেকতে ৰাজা তুমি শোক এৰা মনে জানি
পূৰ্ব্ব কথা কৰিবা শ্ৰৱণ ॥
শুনা সভাসদগণ কৰি সবে এক মন
ইটো মহা পদ ভাৰতৰ।
শুনে আক যিবা জনে গুচে তাৰ তেতিক্ষণে
মহাপাপ অনেক জন্মৰ ॥ ২৮৩৩০
শিশুমতি ধৰ্ম্মেশ্বৰ ভণিলোহো সাৰেসাৰ
হৰিসে সবাৰো শ্ৰেষ্ঠ ধন।
তান পদে সবে যেন মতি কৰা অনুক্ষণ
নাশ যাউক যত পাপগণ ॥
সবে পুৰুষাৰ্থ কৰা বৈষ্ণৱৰ সঙ্গ ধৰা
সদায়ে সুমৰা হৰিনাম।
তেবেসে এৰাইবা দুখ যমৰ যাতনা ভোগ
ডাক ছাৰি বোলা ৰাম ৰাম ॥ ২৮৩৩১

---

গান্ধাৰী প্ৰভৃতি স্ত্ৰীসকলৰ শোক আৰু ধৃতৰাষ্ট্ৰ
আদি সকলোৰে কুৰুক্ষেত্ৰলৈ গমন

পদ

অনন্তৰে জন্মেজয় সাদৰে পুছন্ত।
কহিয়োক পাচ কথা শুনো আদি অন্ত ॥
অন্ধক নৃপতি কিবা কৰিলে তথাত।
গান্ধাৰী প্ৰভৃতি আনো নাৰী অসংখ্যাত ॥ ২৮৩৩২
যাহাৰ তনয় শত ৰণত মৰিল।
হেন পুত্ৰশোক ৰাণী কিমতে সহিল ॥
মৰিল ৰণত আসি যত ৰাজাগণ।
কহা কোনে কৰিলেক তাৰ পিণ্ডদান ॥ ২৮৩৩৩
বৈশম্পায়ন বদতি শুনিয়ো নৃপবৰ।
ব্যাসৰ বচনে স্তব্ধি ভৈলা কুৰুবৰ ॥
এতহন্তে সঞ্জয়ে বুলিলা কৰযোৰ।
এক কথা বোলো শুনিয়োক নৃপবৰ ॥ ২৮৩৩৪
বহু দেশ হন্তে আইল অনেক নৃপতি।
নিমন্ত্ৰিয়া আনিলেক তোমাৰ সন্ততি ॥
সবান্ধৱে কুৰুক্ষেত্ৰে ৰণে ভৈলা ক্ষয়।
তাৰ প্ৰেতকৰ্ম্ম কৰিবাক যোগ্য হয় ॥ ২৮৩৩৫
শুনি ধৃতৰাষ্ট্ৰ পাচে সঞ্জয়ৰ কথা।
নিশ্বাস তেজিয়া দুখে বুলিলন্ত তথা ॥
শুনাহা বিদুৰ তুমি আমাৰ বচন।
অন্বেষপূৰক শীঘ্ৰে কৰিয়ো গমন ॥ ২৮৩৩৬
গান্ধাৰী প্ৰভৃতি যত আছে নাৰীগণ।
যাওঁ কুৰুক্ষেত্ৰে তাঙ্ক আনা এতিক্ষণ ॥
যিটো কথা বুলিলন্ত সঞ্জয় সুমতি।
তাঙ্ক আমি কৰিবাক লাগয় সম্প্ৰতি ॥ ২৮৩৩৭
এহি বুলি ৰাজা মনে বিষাদ কৰিলা।
ৰথ সংযোজিবে তেতিক্ষণে আদেশিলা ॥
শুনিয়া বিদুৰ পাচে কৰিলা গমন।
গান্ধাৰী সহিতে যৈতে আছে নাৰীগণ ॥ ২৮৩৩৮
বিদুৰ বদতি শুনিয়োক পটেশ্বৰী।
ৰাজাৰ আদেশে যাইবে লাগে শীঘ্ৰকৰি ॥
বোৱাৰী সহিতে বজায়োক সমুদায়।
কুৰুক্ষেত্ৰে যাইবে সাজু ভৈলা নৰৰায় ॥ ২৮৩৩৯
একাদশ অক্ষৌহিণী সমে দুৰ্য্যোধন।
ভীষ্ম দ্ৰোণ সমস্তৰে মিলিল মৰণ ॥
সিসবৰ প্ৰেতকাৰ্য্য কৰিবাক প্ৰতি।
কুৰুক্ষেত্ৰে গমন কৰিল নৰপতি ॥ ২৮৩৪০
এতেকে তোমৰাসবে নকৰি গহন।
ৰাজাৰ আদেশে চলিয়োক এতিক্ষণ ॥
মৰিলেক দুৰ্য্যোধন গান্ধাৰী শুনিলা।
আকাশী স্বৰগ যেন মাথাত পৰিলা ॥ ২৮৩৪১

বিহ্বল ভৈলেক আতি গান্ধাৰনন্দিনী।
পুত্ৰশোকে মূৰ্চ্ছা গৈয়া পৰিলা ধৰণী॥
যেন নিদ্ৰা ভৈলে গাৱে নাথাকে চেতন।
সিমতে গান্ধাৰী শোকে ভৈলা অচেতন॥ ২৮৩৪২
কতো বেলি চেতন লভিয়া বৰনাৰী।
কান্দিবে লাগিলা আতি পুত্ৰক সুমৰি॥
শিৰে কৰ হানে ঘনে বাতুল পৰায়।
বাগৰে মাটিত পৰি শ্ৰুতি বুদ্ধি নাই॥ ২৮৩৪৩
হিয়াত হানন্ত মুষ্ঠি কৌৰৱজননী।
অন্তেষপুৰত ভৈল ক্ৰন্দনৰ ধ্বনি॥
কেহো জনী গেৰি পাৰে পুত্ৰ পুত্ৰ বুলি।
কেহো জনী স্বামীশোকে ভৈলেক বাতুলী॥ '৪৪
ভানুমতী কান্দে আতি সুমৰি আলাপে।
মৃতক সমান ভৈল স্বামীৰ সন্তাপে॥
সিবেলাত উন্মি উথলিল ক্ৰন্দনৰ।
শোকে জ্ঞান নাহি তৈত নাৰীসকলৰ॥ ২৮৩৪৫
শৰীৰৰ বস্ত্ৰ ছিৰে খণ্ড খণ্ড কৰি।
দেৱাঙ্গ ভূষণ মানে পেলাৱে আজুৰি॥
যতেক সুবৰ্ণ ৰত্ন আছিল গাৱত।
অলঙ্কাৰ মানে ছিণ্ডি পেলাইলা তাৱত॥ ২৮৩৪৬
হৰি হৰি বিধি কিনো লিখিলা কপালে।
স্বামী পুত্ৰ বিচ্ছেদ ভৈলোহো অল্পকালে॥
কৈক লাগি যাওঁ আৱে কৰিবোহো কিক।
নযায় জীৱন কেনে আছো ধিক ধিক॥ ২৮৩৪৭
এহি বুলি কপালত মুষ্ঠিক হানয়।
কেহো জনী ঘনে ঘনে হিয়া থাকুৰয়॥
মহাৰাৱে খলকয় যেহেন সাগৰ।
ক্ৰন্দনৰৰ ৰোল তেন স্ত্ৰীসকলৰ॥ ২৮৩৪৮
বিদুৰে দেখিয়া শোকে চিন্তে হৰি হৰি।
অনন্তৰে বুলিলন্ত বচন সাদৰি॥
নাকান্দা নাকান্দা আৰো নাহি প্ৰয়োজন।
কান্দিলে কি পুনৰপি পাইবা মৃত জন॥ ২৮৩৪৯
নহয় উচিত তোমাসাৰ হেন ভাৱ।
ৰাজাৰ আদেশে শীঘ্ৰে চালিয়োক গাৱ॥

দেখা জন্মেজয় কেনে দৈৱৰ বিপাক।
অলপিক প্ৰাণীয়ে দেখয় সিসবাক॥ ২৮৩৫০
সহস্ৰ শতেক দাসী যাহাক সেৱিল।
দৈৱবশে তাৰ হেন বিপত্তি মিলিল॥
চিৰকাল সমান নযায় কাৰো দিন।
সমস্ত সংসাৰ ইটো কৰ্ম্মৰ অধীন॥ ২৮৩৫১
এক বস্ত্ৰ পিন্ধি যায় ৰাজ পটেশ্বৰী।
বাতুল ভৈলেক যেন পুত্ৰক সুমৰি॥
হা নাথ বুলিয়া কেহো দীৰ্ঘডাক পাৰে।
দুগ্ধপোষ্য শিশুক পেলাৱে কতোদূৰে॥ ২৮৩৫২
কতো জনী পৰি কান্দে শশুৰৰ আগে।
কৰযোৰ কৰি কেহো স্বামীদান মাগে॥
কতো জনী বোলে পাণ্ডৱক ৰাজ্য দিয়া।
কৰিবে নলাগে দ্বন্দ্ব সুখে কাল নিয়া॥ ২৮৩৫৩
কতো জনী বোলে মিছা নভৈলেক ৰণ।
বন্ধুতা কৰিল দুয়ো কুৰু পাণ্ডুগণ॥
কেহো বোলে ৰণে কুৰু কুশলে আছয়।
ৰাজাক বুলিলা মিছা কোন দুৰাশয়॥ ২৮৩৫৪
এহিমতে শোকাকুল যত নাৰীগণ।
শুনি অন্ধ নৃপতিৰ বিষাদিত মন॥
চৌভিতি বেঢ়িয়া কান্দে যত নাৰীগণ।
হৰি হৰি আমাসাৰ নযায় জীৱন॥ ২৮৩৫৫
এতহন্তে ৰথ আনি যোগাইল সাৰথি।
চৰিলা ৰথত শোকে কৌৰৱ নৃপতি॥
গান্ধাৰী উঠিলা ৰথে বধূগণ সঙ্গে।
শোকত বিহ্বল কতো বস্ত্ৰ নাহি অঙ্গে॥ ২৮৩৫৬
হস্তিনাত আছিলেক যত নাৰী মান।
ৰণ ধৰণীক সবে কৰিলা পয়াণ॥
যাহন্তে পথত কতো হোৱে অচেতন।
সুমৰিয়া স্বামী পুত্ৰ কৰয় ক্ৰন্দন॥ ২৮৩৫৭
কেহো জনী লৈলা হাতে ধৰি আত্ৰডাল।
বিমুকুত কেশ কাৰো দেখি আউল জাউল॥
প্ৰথম যৌৱনী কতো দেখিতে উত্তম।
কতো জনী পূৰ্ণিমাৰ চন্দ্ৰ নোহে সম॥ ২৮৩৫৮

ৰৌদ্ৰে ঘৰ্ম্মবিন্দু উঠে শোভয় বৰণ।
সূৰ্য্যৰ কিৰণ পৰি প্ৰকাশে বদন ॥
সুৱৰ্ণ প্ৰতিমা সম কেশমুক্ত মাথা।
কতো জনী নাৰীক দেখন্তে লাগে ব্যথা ॥২৮৩৫৯
স্ত্ৰীসব সহিতে যাই অম্বিকানন্দন।
আকাশৰ হন্তে চাহি আছে দেবগণ ॥
শোকে ধৃতৰাষ্ট্ৰ যায় অৱনত শিৰে।
পথে ভেট ভৈলা পাচে তিনি মহাবীৰে ॥ ২৮৩৬০
কৃপ কৃতবৰ্ম্মা অশ্বত্থামা বীৰবৰ।
দিলা পৰিচয় নৃপতিক আপোনাৰ ॥
পাচে অন্ধ নৰপতি বুলিলা বচন।
ক্ষোৰা গুৰুসুত শুনো কেনে ভৈল ৰণ ॥ ২৮৩৬১
শুনি তিনি বীৰৰ যে হৃদয় শুখাইল।
চিন্তা দুখে মুখে তান বচন হৰিল ॥
তিনিয়ো শোকত মহা তেজিল নিশ্বাস।
কৰযোৰে বুলিলন্ত চাপি তান পাশ ॥ ২৮৩৬২
কি বুলিবো মহাৰাজ যেন ভৈল ৰণ।
মাতিবে খোজন্তে মুখে নোলাই বচন ॥
তথাপিতো বোলো শুনা সমৰৰ কথা।
বিধিয়ে কৰিল যেন আমাৰ অৱস্থা ॥ ২৮৩৬৩
ৰণে আছিলেক যত মহাবীৰগণ।
একাদশ অক্ষৌহিণী সমে সেনাগণ ॥
তযু শতপুত্ৰ সমে জানা মহাৰায়।
সমস্তৰে কুৰুক্ষেত্ৰে লাগিলেক ঠাই ॥ ২৮৩৬৪
কেৱল এৰাইলো মাত্ৰ আমি তিনিজন।
বুলিলো তোমাত সবে স্বৰূপ বচন ॥
বায়ুসুতে কৰিলেক তযু বংশ ক্ষয়।
অকলে মাৰিল ভীম শতেক তনয় ॥ ২৮৩৬৫
শুনিয়ো গান্ধাৰী দেৱী আমাৰ বচন।
নকৰিবা শোক তুমি পুত্ৰৰ কাৰণ ॥
শতপুত্ৰ তোমাৰ কৰিলে বীৰকৰ্ম্ম।
যেহেন যুৰায় ক্ষত্ৰিয়ৰ নিজধৰ্ম্ম ॥ ২৮৩৬৬
মহা পৰাক্ৰম ৰণে অনেক কৰিল।
সম্মুখ সমৰে পৰি স্বৰ্গক চলিল ॥
শোক পৰিহৰা মাৰ নকৰা সন্তাপ।
দুৰ্য্যোধনে কৰিলেক অসীম প্ৰতাপ ॥ ২৮৩৬৭
উৰু ভাঙ্গিলেক ভীমে অন্যায় কৰিয়া।
সি কাৰণে মোৰো মনে গৈলেক ৰাগিয়া ॥
কৰিলো অধৰ্ম্ম ময়ো ন্যায় নিবিচাৰি।
নিশাভাগে গৈলো মই হাতে অস্ত্ৰ ধৰি ॥ ২৮৩৬৮
শিবিৰে প্ৰবেশি কৰিলোহো মহামাৰ।
সবান্ধৱে পাঞ্চালক কৰিলো সংহাৰ ॥
দ্ৰৌপদীৰ পাঞ্চপুত্ৰ আছিল শয়নে।
শিৰশ্ছেদ সবাৰো কৰিলো জনে জনে ॥ ২৮৩৬৯
ৰণ শেষ পাণ্ডৱৰ আছে সাতজন।
কৃষ্ণ যুযুধান পঞ্চ পাণ্ডুৰ নন্দন ॥
সংক্ষেপে সকলো কথা কহিলো তোমাত।
অনুশোচ নকৰিবা নৃপতি আমাত ॥ ২৮৩৭০
শক্তি অনুসৰি কৰিলোহো আমি ৰণ।
তথাপি নভৈল জিত বুলিলো বচন ॥
এতেকতে মহাৰাজ পৰিহৰা শোক।
দুনাই নেদেখিবা আউৰ দুৰ্য্যোধন পোক ॥ ২৮৩৭১
যদি মৰা শৱ চাহিবাক আছে মন।
তেৱে কুৰুক্ষেত্ৰে তুমি কৰিয়ো গমন ॥
তহিতে আছয় পাণ্ডৱৰ পাঞ্চ ভাই।
এবে মহাৰাজ আমি ভৈলোহো বিদায় ॥ ২৮৩৭২
এহি বুলি ৰাজাত মেলায়া তিনি বীৰ।
কৃতবৰ্ম্মা চলি গৈলা আপোন মন্দিৰ ॥
হস্তিনা নগৰে গৈলা কৃপ মহাশয়।
বদৰিকাশ্ৰমে গৈলা দ্ৰোণৰ তনয় ॥ ২৮৩৭৩
অনন্তৰে অন্ধৰাজ মনত বিকলে।
পাইলা যাই কুৰুক্ষেত্ৰ নাৰী সমদলে ॥
ধৃতৰাষ্ট্ৰ আসিবাৰ শুনি পাণ্ডুগণে।
পাঞ্চভ্ৰাতৃ আলোচ কৰয় ভীত মনে ॥ ২৮৩৭৪
যুধিষ্ঠিৰে কৃষ্ণক সম্বোধি বুলিলন্ত।
দেখা জ্যেষ্ঠপিতৃ কুৰুক্ষেত্ৰে আসিলন্ত ॥
মোৰ ইটো মুখ তাঙ্ক দেখাওঁ কোন মতে।
কিবা কথা পুছিলে বুলিবো কোনমতে ॥ ২৮৩৭৫

পুত্রশোকে গান্ধাৰী আসিছে ক্রোধে ধাই।
তান চণ্ডশাপে আজি মৰো পাঞ্চভাই ॥
শতপুত্র মাৰিলেক ভীমে গদাঘাতে।
হেন শোক মাৰ হৈয়া সহিব কিমতে ॥ ২৮৩৭৬
এতেকে গান্ধাৰী শাপ দিবেক নিশ্চয়।
আজি ৰক্ষা হেতু প্ৰভু নেদেখো উপায় ॥
মিছাতে কৰিলো আমি হেন ঘোৰ ৰণ।
পিতামহ ভীষ্মক মাৰিলো অকাৰণ ॥ ২৮৩৭৭
মিছাতে সাধিলো গুৰুবধ মহাপাপ।
মিছাতেসে দিলো ধৃতৰাষ্ট্ৰক সন্তাপ ॥
বন্ধু বান্ধৱক মৰাইলোহো অকাৰণ।
মিছাতেসে বধিলোহো জ্ঞাতি পুত্ৰগণ ॥ ২৮৩৭৮
যতেক কৰিলো মানে ভৈলেক নিষ্ফল।
ছাইত হুনিলো যেন কিছু নাই ফল ॥
আজি পাঞ্চ ভাইৰ জীৱনত নাই আশা।
ৰাজ্যক লাগিয়া মই কৰিলো নৈৰাশা ॥ ২৮৩৭৯
শুনা ভীম ধনঞ্জয় মাদ্ৰীৰ নন্দন।
তুমিসবে উপায় চিন্তিয়ো এতিক্ষণ ॥
পলাইযা প্ৰাণ ৰক্ষা কৰা চাৰিভাই।
অভিশাপ দিয়োক গান্ধাৰী মোক পাই ॥ ২৮৩৮০
মোৰ এই জীৱনে নাহিকে প্ৰয়োজন।
কিমতে দেখাইবো মই লোকত বদন ॥
ধৃতৰাষ্ট্ৰ গান্ধাৰীৰ দেখি শোক বৰ।
কিমতে সহিবো মই তাক নিৰন্তৰ ॥ ২৮৩৮১
এতেকে মোহোৰ জীৱনত নাহি কাজ।
দিয়োক ঘোৰ শাপ মোক যাওঁ যমৰাজ ॥
হেন শুনি কৃষ্ণে পাচে বুলিলা বচন।
শুনা কুন্তীসুত দুখ কৰা কি কাৰণ ॥ ২৮৩৮২
কোনে কাক ৰাখে আৰো কোনে কাক মাৰে।
নজানিবা আছে বুলি আন মোত পৰে ॥
মই যাক ৰক্ষা কৰো মাৰে তাক কোনে।
যাক সংহাৰিবো তাক ৰাখে কোনজনে ॥ ২৮৩৮৩
মোৰেসে অধীন জানা যত চৰাচৰ।
মাৰন্তা ৰাখন্তা আউৰ নাহি মোতপৰ ॥

হেন জানি মনে তুমি নকৰা সংশয়।
গান্ধাৰী নিদিব শাপ জানিবা নিশ্চয় ॥ ২৭৩৮৪
কৃষ্ণৰ বচন শুনি পাণ্ডুৰ তনয়।
কৰযুৰি বুলিলন্ত বচন বিনয় ॥
যি বুলিলা তুমি প্ৰভো দৈৱকীতনয়।
তোমাৰ বচন সবেখানি সত্য হয় ॥ ২৮৩৮৫
তথাপিতো মোৰ মনে আছিলেক ভয়।
তযু বাক্যে এবে মোৰ গুচিল সংশয় ॥
এতেকতে বিলম্ব নকৰি নাৰায়ণ।
ধৃতৰাষ্ট্ৰ গান্ধাৰীৰ সেৱোহো চৰণ ॥ ২৮৩৮৬
এহি বুলি পাণ্ডুসুত উঠি তাৱক্ষণ।
আগবাঢ়ি গৈলা ধৃতৰাষ্ট্ৰৰ সদন ॥
সৰ্ব্বজনে পাইলা ৰাজ সদন আকলি।
পৰিচয় দিলা মই যুধিষ্ঠিৰ বুলি ॥ ২৮৩৮৭
ধৰ্ম্মৰ পুত্ৰৰ যেৱে শুনিলেক মাত।
জানিলা পাণ্ডৱ বুলি কৌৰৱৰ নাথ ॥
ৰথ হস্তে ভুমিত নামিলা তেতিক্ষণ।
গান্ধাৰী সহিতে আৰো যত নাৰীগণ ॥ ২৮৩৮৮
পাচে যুধিষ্ঠিৰ ৰাজা চাৰিভ্ৰাতৃ সমে।
জানু শিৰে প্ৰণামিলা অন্ধৰ চৰণে ॥
শুনা সভাসদ পদ মহাভাৰতৰ।
বিচিত্ৰ পয়াৰ স্ত্ৰীপৰ্ব্ব নাম যাৰ ॥ ২৮৩৮৯
কুৰু পাণ্ডৱৰ স্ত্ৰীসবৰ ক্ৰন্দন।
শুনিলে ভণিলে দুখ হৰে তেতিক্ষণ ॥
বোলে দীন জনে সবে এৰি আন কাম।
পাতেক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥২৮৩৯০

---

ধৃতৰাষ্ট্ৰৰ লৌহভীম চূৰ্ণ

জুমুৰী

বৈশম্পায়ন নিগদতি।
শুনা অভিমন্যু নাতি ॥
সঞ্জয়ে ৰাজাক ধৰি।
বসাইলা আসন পাৰি ॥ ২৮৩৯১

বগিলন্ত পাঞ্চ ভাই।
ৰাজাৰ সমুখে যাই ॥
শ্ৰীকৃষ্ণ সাত্যকি সমে।
বসিলন্ত সৰ্ব্বজনে ॥ ২৮৩৯২
সভা পাতি ৰহিলন্ত।
ধৃতৰাষ্ট্ৰে বুলিলন্ত ॥
কৈত আছ ভীম তই।
দেওঁ আলিঙ্গন মই ॥ ২৮৩৯৩
সমীপ চাপিয়ো মোৰ।
দেওঁ মুখে চুমা তোৰ ॥
কৈলি শতপুত্ৰ নাশ।
গুচাইলি পিণ্ডৰ আশ ॥ ২৮৩৯৪
দুৰ্য্যোধন কুমাৰৰ।
উৰু ভাঙ্গি কৈলি চূৰ ॥
শুনি মই এঠা আইলো।
হৰিষ বিষাদ পাইলো ॥ ২৮৩৯৫
এবে কোল চাপ মোৰ।
দিবোহো প্ৰসাদ ঘোৰ ॥
এহি বুলি নৰনাথ।
আগবঢ়াই দিলা হাত ॥ ২৮৩৯৬
মন জানি নৃপতিৰ।
যোগবলে যদুবীৰ ॥
লোহাৰ প্ৰতিমা তাতে।
দিলা নৃপতিৰ হাতে ॥ ২৮৩৯৭
লোহাৰ ভীমক পাই।
আনন্দৰ সীমা নাই ॥
মুণ্ড টিপি মাৰো বুলি।
ধৰিলা কোলাত তুলি ॥ ২৮৩৯৮
ধৃতৰাষ্ট্ৰ নৃপতিৰ।
নাহিকে বলৰ ওঁৰ ॥
অযুত হস্তীৰ সম।
গাবে আছে পৰাক্ৰম ॥ ২৮৩৯৯
মহাবলে আটিলেক।
ঘোৰ শব্দ উঠিলেক ॥
চূৰ্ণাকৃত হুয়া গৈল।
মাটিত পেলায়া দিল ॥ ২৮৪০০
অনন্তৰে কুৰুপতি।
লোকত দেখায়া আতি ॥
নিশ্বাস তেজন্ত ঘনে।
হৃদয়ত ৰঙ্গমনে ॥ ২৮৪০১
কপটে কৰয় দুখ।
অন্তৰে মিলিল সুখ ॥
ভৈলেক ভীমৰ নাশ।
পূৰিলা মনৰ আশ ॥ ২৮৪০২
এহি বুলি নৰপতি।
কপটে কান্দয় আতি ॥
পৰিলা মাটিত ঢলি।
সমূলি মৰিলো বুলি ॥ ২৮৪০৩
হাসি আছে চক্ৰপাণি।
ৰাজাক বুলিলা বাণী ॥
শুনা শুনা নৃপবৰ।
নাকান্দিবা তুমি আৰ ॥ ২৮৪০৪
ভীমসেন মহাতেজা।
কুশলে আছয় ৰাজা ॥
তোমাৰ ক্ৰোধক জানি।
তাক মই অনুমানি ॥ ২৮৪০৫
লোহাৰ প্ৰতিমা আনি।
দিলোহো তোমাক জানি ॥
এবে খেদ পৰিহৰা।
তযু মন শান্ত কৰা ॥ ২৮৪০৬
ভীমক মাৰিলে কিবা।
দুৰ্য্যোধন পুত্ৰ পাইবা ॥
দুৰ্যশ থাকিবে মাত্ৰ।
নিন্দিবেক সংসাৰত ॥ ২৮৪০৭
হেন জানি মহাৰাজ।
এৰিয়ো নিন্দিত কাজ ॥
চিত্ত শুদ্ধ কৰা তুমি।
পাণ্ডুৰ পুত্ৰ জানি ॥ ২৮৪০৮

তোমাৰ তনয় যেন।
পাণ্ডু ভাইক দেখা তেন॥
হৃদি খেদ পৰিহৰা।
মনক সন্তোষ কৰা॥ ২৮৪০৯
শুনিয়োক সভাসদ।
মহাভাৰতৰ পদ॥
স্ত্রীপৰ্ব্ব নাম যাৰ।
শুনা আক সাৰে সাৰ॥ ২৮৪১০
খণ্ডিবে সমস্ত ৰোগ।
মিলিবেক মহাভোগ॥
লোৱা মাধৱৰ নাম।
সিজিবে মনৰ কাম॥ ২৮৪১১
মহাপাপ ধ্বংস যায়।
এৰাইবা যমৰ দায়॥
কহে দীন ধৰ্ম্মেশ্বৰে।
হৰি ৰাম বোলা নৰে॥ ২৮৪১২

---

পদ

মুনিয়ে বোলন্ত শুনিয়োক জন্মেজয়।
পাচে আৰো বুলিলন্ত দৈৱকী তনয়॥
শুনা কুৰুপতি তুমি বুলিলা পূৰ্ব্বত।
যেন মোৰ পুত্ৰে তেন পাণ্ডুৰৰ সুত॥ ২৮৪১৩
এবে কিয় পাসৰিলা সিসব বচন।
জানিলোহো খলৰ নোহয় শুদ্ধ মন॥
সুমৰিয়ো মহাৰাজ সিসব কথাক।
যত দুখ দিলা শিশুহন্তে পাণ্ডুৰক॥ ২৮৪১৪
পঞ্চভ্ৰাতৃত দোষ নাহি গুণি চোৱা মনে।
যত কৰ্ম্ম ভৈল তযু পুত্ৰৰ কাৰণে॥
শিশুকালে মাৰিবে উপায় চিন্তি মনে।
ভীমক খুৱাইলা বিষ দুষ্ট দুৰ্য্যোধনে॥ ২৮৪১৫
অগনিত পুৰি মাৰো হেন মনে কৰি।
জোগৃহ সাজিয়া বৈলা পাতিয়া নগৰী॥
শকুনিক কুটপাশা খেলিবে বুলিলা।
ভাগ্যবশে যুধিষ্ঠিৰ সৰ্ব্বস্বে হাৰিলা॥ ২৮৪১৬
দুঃশাসনে দ্রৌপদীৰ কেশত ধৰিলা।
সভামাজে আনি তাঙ্ক বস্ত্ৰক কাঢ়িলা॥
জয়দ্ৰথ ৰাজাক পাঞ্চিলা দুৰ্য্যোধন।
বনহন্তে কৰি নিলে দ্রৌপদী হৰণ॥ ২৮৪১৭
মন দুখে বনত আছন্ত পাঞ্চভাই।
দুৰ্ব্বাসাক দুৰ্য্যোধনে দিলেক পঠাই॥
তথাপিতো পাণ্ডুৰৰ ক্ৰোধ নজন্মিল।
তোমাৰ পুত্ৰৰ কিছু হিংসা নাচৰিল॥ ২৮৪১৮
সৈন্যসমে সাজি নৰপতি দুৰ্য্যোধন।
তীৰ্থ স্নানিবাক লাগি কৰিলা গমন॥
চিত্ৰসেন সমে ৰণ মিলিলেক তথি।
ৰণ জিনি বান্ধি নিলে গন্ধৰ্ব্বে ভূপিতি॥ ২৮৪১৯
পাচে সেহি সমাচাৰ পাইলা পাঞ্চভাই।
অৰ্জ্জুনে খেদিয়া গৈয়া আনিলা মেলাই॥
সিসব কথাক তুমি শুনিছা সতত।
সমুলি নাহিকে দোষ পাণ্ডুৰ পুত্ৰত॥ ২৮৪২০
সমৰত অন্যায় কৰিলে দুৰ্য্যোধন।
ধৰ্ম্ম এৰি অনিয়মে কৰিলেক ৰণ॥
অৰ্জ্জুনৰ পুত্ৰে ষোল বৰিষৰ শিশু।
সপ্তৰথী বেঢ়ি মাৰিলেক যেন পশু॥ ২৮৪২১
পাচে পাঞ্চভ্ৰাতৃ শোকে মনত ৰাগিলা।
প্ৰতিজ্ঞা সাম্ফলি কৌৰৱক সংহাৰিলা॥
যিজন ক্ষত্ৰিয় কৰে প্ৰতিজ্ঞা লঙ্ঘন।
চিৰকাল নৰকত ভুঞ্জয় সিজন॥ ২৮৪২২
তেৱে তুমি কি কাৰণে কৰিছা আক্ৰোশ।
গুণি চোৱা পাণ্ডুৰত কিছু নাহি দোষ॥
পুত্ৰৰ নিদানে যদি কৰিবা অকৰ্ম্ম।
কুযশ ঘোষিবে লোকে হৈবেক অধৰ্ম্ম॥ ২৮৪২৩
সমস্ত শাস্ত্ৰৰ তত্ত্ব জানিছা নৃপতি।
জানি শুনি কি কাৰণে কৰা ক্ৰোধমতি॥
যদিবা দিবাহা তুমি পাণ্ডুৰক শাপ।
তেৱে জানো তোমাৰ পুত্ৰক পাইবা লাগ॥ ২৮৪২৪

নিন্দিবেক লোকে তযু কথাক আকলি।
হেন জানি এৰা ৰোষ মোৰ বাক্য পালি॥
অনিয়মে মহাৰাজ অধৰ্ম্ম নকৰা।
পাণ্ডৱৰ প্ৰতি তুমি চিত্ত শুদ্ধ কৰা॥ ২৮৪২৫
ভ্ৰাতৃৰ তনয় বুলি নানিবা মনত।
আপোন পুত্ৰতোধিক জানিবা সতত॥
এহিমতে ৰাজাক বুজায়া যদুপতি।
পাচে আৰো বুলিলন্ত গান্ধাৰীক মাতি॥ ২৮৪২৬
শুনা কৌৰবৰ মাৱ বোলোহো বচন।
পূৰ্ব্বকথা মনে তুমি কৰা স্মৰণ॥
যৈসানি তোমাৰ পুত্ৰ ৰণক বজাইলা।
যাত্ৰাকালে দুৰ্য্যোধনে তোমাত বুলিলা॥ ২৮৪২৭
শুনিয়োক মাৱ তযু চৰণে মেলাওঁ।
পাণ্ডৱৰ সঙ্গে ৰণ কৰিবাক যাওঁ॥
যুজিবে ওলাইলো লৈয়া বহু সেনাগণ।
কৰিবা মঙ্গল মাৱ মই জিনো ৰণ॥ ২৮৪২৮
সিকালত তযু মুখে বজাইল বচন।
যথা ধৰ্ম্ম তথা জয় শুন দুৰ্য্যোধন॥
এবে কিয় সিটো কথা ভৈলা বিস্মৰণ।
তোমাৰ অলঙ্ঘ্য বাক্য নভৈলা খণ্ডন॥ ২৮৪২৯
এতেকে জিনিল ৰণ জানা পাণ্ডুভাই।
হেন জানি তাত তযু ক্ৰোধ নুযুৱায়॥
শুনা মহাশান্তি তুমি অসন্তোষ এৰা।
মোৰ বাক্যে এসম্বাক পুত্ৰজ্ঞান কৰা॥ ২৮৪৩০
শুনিয়া গান্ধাৰী নমি কৃষ্ণৰ চৰণ।
কৰযোৰ কৰি পাচে বুলিলা বচন॥
নমো নমো পৰম পুৰুষ নাৰায়ণ।
যতেক বুলিলা তুমি স্বৰূপ বচন॥ ২৮৪৩১
কিন্তু কেনমতে মই সহো হৃদিতাপ।
স্মৰিয়া মোৰ শত পুত্ৰৰ সন্তাপ॥
একেলগে গৈল সবে যমসদনক।
সুগুচে মনৰ শোক পুৰি মাৰে মোক॥ ২৮৪৩২
নথৈলা পাণ্ডৱে মোৰ সঞ্চ পৃথিৱীত।
তাতেসে মনৰ খেদ পাণ্ডুৰ পুত্ৰত॥
তথাপি এৰিলো ক্ৰোধ তযু বাক্য পালি।
কিন্তু পুত্ৰশোকে মোক দহয় সমুলি॥ ২৮৪৩৩
এহি বুলি কুৰুমাৱ মৌন হুয়া ৰৈলা।
ভীমক চাহিয়া পাচে বুলিবাক গৈলা॥
নমো নমো কৃষ্ণদেৱ পৰম পুৰুষ।
ভকতৰ গতিদাতা জয় হৃষীকেশ॥ ২৮৪৩৪
তযু পাদপদ্মত কৰিলো মই আশ।
কৃপা কৰা জগন্নাথ বুলি নিজদাস॥
জ্ঞানহীন ভক্তিহীন মই বৰ পামৰ।
দাস বুলি মোক দায়া কৰা দামোদৰ॥ ২৮৪৩৫
শুনা সৰ্ব্বজন মুকুতিক ইচ্ছা যাৰ।
ভাৰতৰ পদ স্ত্ৰীপৰ্ব্ব কথা সাৰ॥
পৰম মধুৰ ইটো কথা অনুপাম।
সংসাৰ ব্যাধিৰ মহা ঔষধ উত্তম॥ ২৮৪৩৬
বিষ্ণু বৈষ্ণৱৰ একো নাহি ভিন্ন পৰ।
শ্ৰৱণ কীৰ্ত্তনে ফল মিলয় ইহাৰ॥
শুনিবাকো অমৃত সিজয় মন কাম।
পাপক নাশিয়ো সবে বোলা ৰাম ৰাম॥ ২৮৪৩৭

---

### গান্ধাৰীৰ সৈতে পাণ্ডৱসকলৰ উত্তৰ-প্ৰত্যুত্তৰ

### দুলড়ী

অনন্তৰে দেৱী গান্ধাৰী বুলিলা
ভীমক আতি বিমনে।
শুন শুন ভীম কৰিলিহি যেন
তই অনিয়ম ৰণে॥
দুৰ্য্যোধন সমে তোৰ যেবে ভৈল
গদাযুদ্ধ ভয়ঙ্কৰ।
তৈসানিয়ে তই কৰিলিহি যেন
কৰ্ম্ম অতি গুৰুতৰ॥ ২৮৪৩৮
নাভিৰ অধোত গদা প্ৰহাৰিতে
নাহিকে শাস্ত্ৰ সন্মত।

তেৱে তই কেনে ধৰ্ম্মক উচ্ছেদি
কৰিলি উৰুত ঘাত ॥
অনিয়মে ঘোৰ মাৰিলিহি মোৰ
জ্যেষ্ঠ পুত্ৰ দুৰ্য্যোধন।
শতেক তনয় মাৰি আছ তই
বংশক কৰি উচ্ছন্ন ॥ ২৮৪৩৯
তাতে আৰো তোৰ সম্বন্ধত হোৱে
জ্যেষ্ঠ ভ্ৰাতৃ দুৰ্য্যোধন।
তাঙ্ক তই কেনে আগবাঢ়ি ৰণে
কৰিলি গদা ঘাতন ॥
শাস্ত্ৰৰ বিৰোধ কৰ্ম্ম আচৰিয়া
ভৈলিহি সোদৰবধী।
ক্ষণেকতে তই নাশি পুত্ৰগণ
কৰিলি সপোন নিধি ॥ ২৮৪৪০
গান্ধাৰীৰ হেন শুনিয়া বচন
ভয়ে কাম্পে ভীমসেন।
আগবাঢ়ি কৰ- যোৰ কৰি পাচে
বুলিবে লৈলা বচন ॥
শুনা মাৱ যেন তোমাত মেলাওঁ
পূৰ্ব্বৰ যত কাহিনী।
আমাৰ প্ৰতিজ্ঞা আছিল যেহেন
তাক তুমি আছা জানি ॥ ২৮৪৪১
সি কাৰণে মই আচৰিলো হেন
কৰ্ম্ম আতি গুৰুতৰ।
ৰণে তাঙ্ক আমি জিনিবে নোৱাৰি
অন্যায়ে চিন্তিলো মাৱ ॥
ক্ষত্ৰিয়ৰ ধৰ্ম্ম আছে যথাৱত
তাক তুমি জানা মাৱ।
প্ৰতিজ্ঞা এৰিলে অধৰ্ম্ম সিজয়
নৰকত হোৱে ঠাৱ ॥ ২৮৪৪২
সি কাৰণে নিজ প্ৰতিজ্ঞা সাম্ফলি
ভাঙ্গিলো উৰু তাহাৰ।
আপোন দোষত সবেয়ো মৰিল
তনয় শত তোমাৰ ॥

শুনিয়োক মাৱ শিশুকাল হন্তে
যত দুখ দিলে মোক।
সিসব কথাক জানি আছা তুমি
বোলন্তে বিদাৰে বুক ॥ ২৮৪৪৩
বালক কালত দিলা বিষ মোক
মাৰিবাক দুৰ্য্যোধনে।
জতু গৃহে থৈলা অগনি জ্বালিলা
আমাক দহিবে মনে ॥
তাত ৰাখিলেক জগত ঈশ্বৰ
আছিল আয়ু আমাৰ।
তথাপি তাহাৰ দয়া নজন্মিল
পাশাক পাতিল আৰ ॥ ২৮৪৪৪
যত ধন জন সবে কাঢ়ি লৈল
দয়াহীন দুৰ্য্যোধন।
দেশৰ ডকাইল বনক খেদাইল
নুশুনি কাৰো বচন ॥
বনবাসে যত দুখক ভুগিলো
কি কৈবো মাৱ তোমাত।
মনত সুমৰি সিসব কথাক
অগনি জ্বলে গাৱত ॥ ২৮৪৪৫
কাম্যক কাননে আছো কত দিন
তৈতো ক্ৰূৰ দুৰ্য্যোধন।
সৈন্ধৱ ৰাজাক পাঞ্চিয়া দিলন্ত
দ্ৰৌপদী কৈলা হৰণ ॥
আত অনন্তৰে দুৰ্ব্বাসা ঋষিক
অনেক কৰি যতন।
মনত হৰিষে দিলন্ত পঠাই
শাপিবাক প্ৰতি মন ॥ ২৮৪৪৬
তাতো আমাসাক ব্ৰহ্মশাপ হন্তে
ৰাখিলা মাধৱে যাই।
অন্তেষপুৰত থাকি তুমি মাৱ
সমস্ত বাৰ্ত্তাক পাই ॥
তোমাৰ তনয়ে দিলা দুখ যত
কতনো বুলিবো আই।

সি কাৰণে ময়ো গুৰুতৰ ক্রোধে
মাৰিলো ছলক পাই ॥ ২৮৪৪৭
আৰো শুনা মাৱ বোলোহো তোমাত
আমাৰ যেন কপাল।
বিৰাট নগৰে অজ্ঞাত বৰিষ
দাসত্বে বঞ্চিলো কাল ॥
বনবাস হন্তে নিকাৰ ভুঞ্জন্তে
আসি ভৈলো কতো কালে।
পঞ্চখানি গ্রাম খুজিবাক লাগি
পঠাইলো আমি গোপালে ॥ ২৮৪৪৮
উভয় কুলৰ কন্দল ভাঙ্গিবে
গৈলা যদুকুলপতি।
ঋষি মুনিগণো গৈলন্ত তথাকে
তাঙ্ক বুজাইবাক প্রতি॥
তথাপি তোমাৰ তনয়ে বুলিল
ৰাজ্য নেদো যুদ্ধ বিনে।
সিসব কথাক শুনি আছা তুমি
লোকমুখে দিনে দিনে ॥ ২৮৪৪৯
ৰাজ্য দিব কথা দূৰতে তেজিয়ো
কৃষ্ণক বান্ধিবে মন।
কৈত শুনি আছা হেন নিদাৰুণ
কৰ্ম্ম কৰে কোন জন ॥
পাচে ভীষ্ম দ্রোণ বিদুৰ প্রমুখ্যে
বুলিলা অনেক বাক।
তুমিয়ো বুজাইলা এবে পাসৰিলা
মনে সুমৰিয়ো তাক ॥ ২৮৪৫০
কাৰো বাক্য সিটো সুশুনিল কাণে
ৰণকেসে কৈলা সাৰ।
সি কাৰণে মই মাৰিলো তাহাক
কি দোষ ভৈল আমাৰ ॥
তাক নমাৰিলে নাপাওঁ ৰাজ্য আমি
বঞ্চিত সকলো সুখে।
তুমি জানা মাৱ দুখক লাগিয়া
কোন্বে বাঞ্ছা কৰি থাকে ॥ ২৮৪৫১
সুখৰ নিদানে সবাৰো বাঞ্ছিত
সবেয়ো কৰে যতন।
সি কাৰণে আমি ধৰ্ম্মাধৰ্ম্ম এৰি
বধিলো তযু নন্দন ॥
সভামাজে নিয়া দ্রৌপদী দেৱীক
দেখাইলা আপোন উৰু।
তাতেসে মোহোৰ দাৰুণ ক্রোধত
ভাঙ্গিলো তাহান উৰু ॥ ২৮৪৫২
আপোন দোষত অধৰ্ম্মৰ ফলে
সবে গৈল যমলোক।
হেন জানি মাৱ মনে অসন্তোষ
নকৰিবা তুমি মোক ॥
শুনিবাহা আই তোমাৰ চৰণে
এতেক কৰো গোচৰ।
কৌৰৱক মাৰি আৱেসে মোহোৰ
হৰিষ ভৈল অন্তৰ ॥ ২৮৪৫৩

---

পদ

ভীমৰ বচন শুনি গান্ধাৰনন্দিনী।
নিশ্বাস তেজিয়া দুখে বুলিলন্ত বাণী ॥
যি বুলিলা বাপ তুমি সবে সত্য হয়।
আপোন দোষতে আপুনিয়ে গৈল ক্ষয় ॥ ২৮৪৫৪
জানিলোহো দুৰ্য্যোধন বহু অপৰাধী।
সি কাৰণে নিষ্কণ্টক ভৈলি তাক বধি ॥
দুৰ্য্যোধন পুত্র মোৰ বৰ দুৰাচাৰ।
ভাল কৰিলিহি তাক কৰিয়া সংহাৰ ॥ ২৮৪৫৫
কিন্তু দুঃশাসনে কি কৰিলে অপকাৰ।
অকাৰণে কিয় তাৰ চিন্তিলিহি মাৰ ॥
তাতে তোৰ কনিষ্ঠ ভায়েৰ পুত্র সম।
কেনমতে তেজ তাৰ কৰিলিহি পান ॥ ২৮৪৫৬
শুনন্তে ইকথা যেন ৰাক্ষসৰ নয়।
কিয় কৰিলিহি হেন কাৰ্য্য বিপৰ্য্যয় ॥

বায়ুসুত বদতি শুনিয়োো মাৰ তুমি।
কি কাৰণে পুছা মোত সব আছা জানি ॥ ২৮৪৫৭
তযু উদৰত যত জন্মিল নন্দন।
জানিবা নিশ্চয় সবে কপটী দুৰ্জ্জন ॥
যেবে দুঃশাসনে দ্রৌপদীৰ চুলে ধৰি।
টানি আনি সভামাজে বস্ত্ৰ লৰে কাঢ়ি ॥ ২৮৪৫৮
তেখনে বুলিলো মই অঙ্গীকাৰ কৰি।
ইহাৰ শোণিত খাইবো হৃদয় বিদাৰি ॥
পূৰ্ব্বতে কৰিলো মই হেন অঙ্গীকাৰ।
জানা সিকাৰণে মাৰি পিলো তেজ তাৰ ॥২৮৪৫৯
ক্ষত্ৰিয় জাতিৰ মাৰ কাতো নাই মোহ।
কতোক্ষণে বাপ পোৱে নথাকয় স্নেহ ॥
হেন জানি মোত কোপ নহয় যুগুত।
প্ৰতিজ্ঞা সাম্ফলি মাৰি আছো তযু সুত ॥২৮৪৬০
এহিবুলি নমাতি ৰহিলা ভীমবল।
পুত্ৰশোকে গান্ধাৰীৰ মনত বিকল ॥
পুনু বুলিলন্ত শুন বায়ুৰ নন্দন।
শতপুত্ৰ শোকে মোৰ নৰহে জীৱন ॥ ২৮৪৬১
গৰ্ভত ধৰিলো যেবে সহো কেনে প্ৰাণ।
কুপুত্ৰ সুপুত্ৰ দুহো মাৰত সমান ॥
পুত্ৰৰ বিয়োগে দেহা পুৰি মাৰে মোক।
একোমতে নপাসৰো তনয়ৰ শোক ॥ ২৮৪৬২
হেন শুনি যুধিষ্ঠিৰে বুলিলা বচন।
শুনা মাৰ তুমি শোক কৰা অকাৰণ ॥
মিছাতেসে অসন্তোষ কৰিছা আমাক।
কোনে এৰাইবাক পাৰে দৈৱৰ বিপাক ॥ ২৮৪৬৩
আৰো তযু গৰ্ভে যত ভৈলেক নন্দন।
সবে দুৰাচাৰী কাৰো ধৰ্ম্মে নাহি মন ॥
নিজ দোষে তোমাৰ তনয় মৰিলেক।
ছিদ্ৰ মাত্ৰ কেৱল আমাত ৰহিলেক ॥ ২৮৪৬৪
কাল অনুসাৰে মিলে সবাৰো মৰণ।
মৰণ জনৰ এক থাকয় কাৰণ ॥
কেহোজন সৰ্পৰ দংশনে মৃত্যু হয়।
কেহোজন বৃক্ষহন্তে পৰিয়া মৰয় ॥ ২৮৪৬৫
মহিষত মৃত্যু কাৰো কেহোবা গগুত।
কাৰোবা মৰণ মিলে হস্তীৰ শুণ্ডত ॥
জলে ডুবি মৰে কেহো কেহোবা ব্যাঘ্ৰত।
অস্ত্ৰাঘাতে মৰে কেহো কেহো বৰাহত ॥ ২৮৪৬৬
আত্মঘাত হৈয়া কাৰো মিলয় মৰণ।
মৃতক জনৰ এক থাকিব কাৰণ ॥
তযু পুত্ৰগণ মাৰ মৰিল আপুনি।
কিন্তু আমি ভৈলো মাত্ৰ কেৱল কাৰণি ॥ ২৮৪৬৭
পৃথিৱীত অপযশ ৰহিল আমাৰ।
মৰিলেক শতভাই দোষে আপোনাৰ ॥
অনীতি কৰিলে বহু তোমাৰ নন্দনে।
নানা দুখ আমাক দিলেক দিনে দিনে ॥ ২৮৪৬৮
বালক কালতে আমি ভৈলো পিতৃহীন।
দুখে সুখে ৰৈলো জ্যেষ্ঠপিতৃৰ অধীন ॥
কতোকালে নৃপতিৰ সুৰূপা মিলিল।
দয়া কৰি মোক ইন্দ্ৰপ্ৰস্থ ৰাজ্য দিল ॥ ২৮৪৬৯
তাক দেখি দুৰ্য্যোধন নসহিল গাৱ।
শকুনিৰ সহিতে পাতিলা কূট ভাৱ ॥
জন্মাবধি বহুহিংসা আমাক কৰিল।
তথাপিতো তাৰ মনে দয়া নুপজিল ॥ ২৮৪৭০
মোক মাতি আনি পাশাখেলক পাতিলা।
ৰাজ্য কাঢ়ি লৈলা বনে আমাক খেদিলা ॥
জানা মাৰ যদি বিষবৃক্ষক ৰোপয়।
আপুনি কাটিলে তাৰো মহাপাপ হয় ॥ ২৮৪৭১
হেনমতে শাস্ত্ৰত কহয় মুনিগণ।
তথাপিতো তাকো নুগুণিল দুৰ্য্যোধন ॥
নথৈলেক বাকী আৰো দুৰ্য্যোধন ভাই।
বনে বনে ভ্ৰমাইল যেহেন দীন প্ৰায় ॥ ২৮৪৭২
তাক সুমৰিলে মোৰ বিদাৰে পৰাণ।
হৰি হৰি জীৱন নগৈল কি কাৰণ ॥
নমৰি আছিলো হেতু পুনু আসি ভৈলো।
ধৌম্যক পাঠিয়া নিজৰাজ্যক মাগিলো ॥ ২৮৪৭৩
নুগুনিল ঋষিবাক্য ৰাজ্যক নিদিল।
তাক শুনি মোৰ মনে বিষাদ মিলিল ॥

পূৰ্ব্বে যেন নিয়ম কৰিল দুৰ্য্যোধন।
তাত নিস্তাৰিয়া আনিলেক নাৰায়ণ ॥ ২৮৪৭৪
এবে কিয় ৰাজ্য পুনু নিদিয়ে আমাক।
সি কাৰণে স্থিৰ কৈলো ৰণ কৰিবাক ॥
পুনৰপি গুণিয়া চিত্তত দিলো ঠাই।
ভাই ভাই বিৰোধে আমাৰ কাৰ্য্য নাই ॥ ২৮৪৭৫
কিন্তু ভীম ধনঞ্জয় মাদ্ৰীৰ তনয়।
সুশুনে বাধাকো মোৰ ক্ৰোধে অগ্নিময় ॥
তেবে কৃষ্ণ সমে মই কৰিয়া যুগুতি।
পঠাইলো তাহাঙ্ক পুনু বুজাইবাক প্ৰতি ॥২৮৪৭৬
বিবাদে নাহিকে কাৰ্য্য শুনিয়ো গোসাই।
লউক সমস্ত ৰাজ্য দুৰ্য্যোধন ভাই ॥
আমাক দিয়োক মাত্ৰ গ্ৰাম পাঞ্চখানি।
সমস্ত কথাক তাঙ্ক বুলিবা আপুনি ॥ ২৮৪৭৭
শুনি কৃষ্ণ পাইলা পাচে হস্তিনাক যাই।
নৃপতিত সব কথা বুলিলা বুজাই ॥
কৃষ্ণৰো বচন সুশুনিল দুৰ্য্যোধন।
বুলিলা তথাতে বহু সমজ্যাৰ জন ॥ ২৮৪৭৮
ভীষ্ম দ্ৰোণ বিদুৰেয়ো বুজাইলা বহুত।
কাহাৰো কথাক সুশুনিল তযু সুত ॥
কেৱল কৰিল মাত্ৰ ৰণকেসে সাৰ।
কৃষ্ণ মুখে বুজিলোহো সব সমাচাৰ ॥ ২৮৪৭৯
যুজিবাক সাজু ভৈল পাচে দুৰ্য্যোধন।
পৃথিবীৰ ৰাজাক দিলেক নিমন্ত্ৰণ ॥
একাদশ অক্ষৌহিণী সাজি সেনাগণ।
লগত সহায় আৰো লৈলা বীৰগণ ॥ ২৮৪৮০
শুনি ভীত ভৈলা পাচে ভীম ধনঞ্জয়।
শেষে সংযোজিলা আনি অল্প সেনাচয় ॥
কেৱল কৃষ্ণক মাত্ৰ আমি সখা পাইলো।
তাহান সহায়ে সমৰক লাগি গৈলো ॥ ২৮৪৮১
তথাপিতো ৰণমাজে বুলিলো তুনাই।
শুনা দুৰ্য্যোধন বিৰোধত কাৰ্য্য নাই ॥
কাঢ়ি লৈলা তুমি মোৰ সবে ৰাজ্যভাৰ।
বাকলি বসন ফল মূলেসে আহাৰ ॥ ২৮৪৮২
বনত ফুৰিলো আমি দণ্ডে যুগ যায়।
সুখে ৰাজ্য কৰা তুমি দুৰ্য্যোধন ভাই ॥
এভো ৰাজ্য এৰি যদি দিবাহা আমাৰ।
তেৱেসে আমাৰ তুমি আমিয়ো তোমাৰ ॥ ২৮৪৮৩
বোলোহো তোমাত জ্ঞাতিগণ ৰক্ষা কৰা।
দুয়োঘৰ ৰহোক কন্দল পৰিহৰা ॥
এহিমতে অনেক বুলিলো বাৰম্বাৰ।
তথাপিতো সুশুনিল তনয় তোমাৰ ॥ ২৮৪৮৪
গুণি চোৱা মাৱ আমাসাত দোষ নাই।
বাৰে বাৰে কতেক যে বুলিলো বুজাই ॥
প্ৰতিজ্ঞা পালনে ক্ষত্ৰিয়ৰ আছে ধৰ্ম্ম।
তাক নাচৰিলে আই সিজয় অধৰ্ম্ম ॥ ২৮৪৮৫
সিকাৰণে কৌৰৱক মাৰিলো ৰণত।
যাৰ যেন অঙ্গীকাৰ আছিল পূৰ্ব্বত ॥
তথাপি তোমাৰ মনে আছে অসন্তোষ।
শাপি ভস্ম কৰা হৌক তোমাৰ সন্তোষ ॥ ২৮৪৮৬
শাপযোগ্য কৰ্ম্ম কৰি আছো নৰাধমে।
ৰাজ্য লোভে জ্ঞাতিবধ কৰিলো অধমে ॥
জ্ঞাতি বধি চাণ্ডাল কৰিলো পাপ কৰ্ম্ম।
সংসাৰে কুখ্যাতি ৰৈল সিজিল অধৰ্ম্ম ॥ ২৮৪৮৭
এতেকে মোহৰ জীৱনত কিবা ফল।
দিয়া চণ্ডশাপ মোক যাওঁ ৰসাতল ॥
যুধিষ্ঠিৰ ৰাজাৰ শুনিয়া হেন বাণী।
মনত সন্তোষ পাইলা কৌৰৱজননী ॥ ২৮৪৮৮
পাণ্ডৱসবত পুত্ৰ সম স্নেহ ভৈলা।
বচনে সাদৰি পাচে বুলিবাক লৈলা ॥
যি বুলিলা বাপ তুমি সবে সত্য হয়।
তোমাসাত দোষ নাই জানিলো নিশ্চয় ॥ ২৮৪৮৯
নিদিবোহো শাপ ভয় নকৰিবা মনে।
কিন্তু মোৰ পুত্ৰশোক নসহয় প্ৰাণে ॥
তোমাৰ জননী কুন্তী আসিছা ইঠাই।
তাঙ্ক ভেটিয়োক শীঘ্ৰে তুমি পঞ্চভাই ॥ ২৮৪৯০
এহি বুলি নিচুকি থাকিলা কুৰুমাৰ।
অনন্তৰে যুধিষ্ঠিৰ চালিলেক পাৱ ॥

গান্ধাৰীৰ বাক্য মানি পাঞ্চ বীৰবৰ।
শ্ৰীকৃষ্ণ সাত্যকি সমে উঠিল সত্বৰ ॥ ২৮৪৯১
নমিলন্ত গৈয়া সবে কুন্তীৰ চৰণে।
মাৱ পোৱে দৰশন ভৈলা চিৰদিনে ॥
পাঞ্চ ভাইক কুন্তী পাচে দিলা আশীৰ্ব্বাদ।
কিন্তু কৰ্ণশোকে দেৱী মনত বিষাদ ॥ ২৮৪৯২
হেন দেখি কুন্তীক বুলিলা নাৰায়ণ।
হৰিষ কালত কিয় দেখোহো বিমন ॥
মই যেন তোমাক বুলিলো পূৰ্ব্বকালে।
চোৱা এবে সাম্ফলিলো কাৰ্য্যক সকলে ॥ ২৮৪৯৩
শুভকালে তোমাৰ কিসৰ চিন্তা সতী।
হস্তিনাত ভৈল তযু পুত্ৰ অধিপতি ॥
কুৰুকুল সমস্ত গৈলেক ৰসাতল।
দেখা পুত্ৰ স্বামীশোকে কান্দিছে সকল ॥ ২৮৪৯৪
আত কেনে বিষাদ দেখোহো তযু মন।
হেন শুনি কুন্তীদেৱী বুলিলা বচন ॥
যতেক বুলিলা প্ৰভু সকলো সিজিল।
কিন্তু এক কামে মোৰ বিষাদ মিলিল ॥ ২৮৪৯৫
তুমি সকলোৰে কৰ্ত্তা তুমি আদি দেৱ।
তুমি বিনে কৰন্তা নাহিকে আন কেৱ ॥
ত্ৰৈলোক্যৰ অধিকাৰী তুমি নাৰায়ণ।
তুমি বিনে ৰাখে মাৰে নাহি হেন জন ॥ ২৮৪৯৬
তুমি হেন সিদ্ধ পাণ্ডৱৰ সখা ভৈলা।
তেবে কিয় সুভদ্ৰাৰ পুত্ৰক মৰাইলা ॥
তাতে আৰো অভিমন্যু ভাগিন তোমাৰ।
তাহাৰ মৰণ শুনি দুখ পাইলো বৰ ॥ ২৮৪৯৭
সেহি শোকে মোৰ দেহা দহে অনুক্ষণ।
নৰহে জীৱন মোৰ শুনা নাৰায়ণ ॥
হেন শুনি কৃষ্ণে পাচে বুলিলন্ত মাতি।
কি কাৰণে মোত তুমি দুখ কৰা আতি ॥ ২৮৪৯৮
যাৰ ভাগ্যে যেন লিখি আছয় বিধাতা।
তাক খণ্ডাইবাক কাৰ আছয় ক্ষমতা ॥
ময়ো তাক অন্যথা কৰিবে নপাৰিবো।
বিধিৰ নিয়ম তাক কিমতে লঙ্ঘিবো ॥ ২৮৪৯৯
আয়ু অনুৰূপে প্ৰাণী জীৱন মৰণ।
কাৰ শক্তি আছে তাক কৰে নিবাৰণ ॥
কোনোজনে বহুকাল জীৱে কৰ্ম্মফলে।
কেহোজন কৰ্ম্মফলে মৰে অল্পকালে ॥ ২৮৫০০
পাপতো নমৰে প্ৰাণী নিজীৱে পুণ্যত।
কৰ্ম্ম অনুসাৰে জীৱ কৰে যাতায়াত ॥
হেন জানি মোত নকৰিবা অসন্তোষ।
কৰ্ম্মফল জানি কৰা চিত্তক সন্তোষ ॥ ২৮৫০১
এতহন্তে আসি পাইলা উত্তৰা কুমাৰী।
স্বামীশোকে কান্দে সতী পৃথিৱীত পৰি ॥
হা হা প্ৰাণনাথ অভিমন্যু মহাবীৰ।
তোমাৰ বিৰহে মোৰ নৰহে শৰীৰ ॥ ২৮৫০২
যাৰ মাতুল শ্ৰীকৃষ্ণ বাপ ধনঞ্জয়।
সিজন মৰণে মোৰ পৰাণে কি সয় ॥
এহি বুলি কান্দে শোকে উত্তৰা কুমাৰী।
দ্ৰৌপদী বিষাদ কৰে কুন্তীপাৱে ধৰি ॥ ২৮৫০৩
শুনা শাশু আই মোৰ দশা ভৈল যেনে।
মোৰ পাঞ্চ পুত্ৰ ৰাত্ৰি আছিল শয়নে ॥
দিবাভাগে ৰণশ্ৰমে ভাগৰে পীড়িল।
সেহি হেতু ঘোৰনিদ্ৰা পাৰিয়া ৰহিল ॥ ২৮৫০৪
হেন ছল পাই দ্ৰোণসুত ক্ৰূৰমতি।
মাৰিল তনয় মোৰ খড়্গে শিৰ কাটি ॥
সহো কেনমতে মই হেন হৃদিতাপে।
পুৰি মাৰে তনয়ৰ দাৰুণ সন্তাপে ॥ ২৮৫০৫
আৰো কি বুলিবো আই মোৰ দুখকথা।
পূৰ্ব্বে দুঃশাসনে যেন কৰিলে অৱস্থা ॥
চুলি ধৰি কদৰ্থিলে মুখ চাই চাই।
শৰীৰৰ বস্ত্ৰ কাঢ়ি নিলে সমুদায় ॥ ২৮৫০৬
কৰিলো শপত মই সভাৰ ভিতৰ।
মুক্তকেশে আছিলোহো দ্বাদশ বছৰ ॥
তেতিয়া কৰিল ভীমে প্ৰতিজ্ঞা পূৰণ।
আনি দিলে তেজ তাৰ মাৰি দুঃশাসন ॥ ২৮৫০৭
সেহি তেজ তৈল সমে মাজিলো শিৰত।
সিদিনাৰে পৰা দুখ গুচিল মনত ॥

চিৰদিন তোমাত আছিলো অদৰ্শন।
আজিসে ভেন্টিলো আই তোমাৰ চৰণ ॥২৮৫০৮
শুনিয়োক সৰ্ব্বজন থিৰ কৰি মন।
স্ত্ৰীপৰ্ব্ব কথা ইটো অতি বিতোপন ॥
শুনন্তা ভণন্তা দুইৰো মিলয় মুকুতি।
পাপ নাশ যাই মিলে হৰিত ভকতি ॥ ২৮৫০৯
নমো নাৰায়ণ প্ৰভু মই বৰ অনাথ।
মই দুখীতক দায়া কৰা জগন্নাথ ॥
তোমাৰ চৰণে প্ৰভো মই কৰো আশ।
জন্মে জন্মে হৈবো তযু চৰণত দাস ॥ ২৮৫১০
তুমি হৰি মোৰ হৃদয়ত দিলা মন।
ইটো ভাৰতৰ পদ কৰিলো ৰচন ॥
বঢ়া টুটা দোষ মোৰ কৰা উপশাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ২৮৫১১

---

গান্ধাৰী প্ৰভৃতি স্ত্ৰীসকলৰ যুদ্ধৰ ঠাইলৈ গমন আৰ
নিজপতিপুত্ৰৰ মৃত শৰীৰ দেখি সকলোৰে শোক

পদ

মুনিয়ে বোলন্ত শুনা পৰীক্ষিত সুত।
নাৰীসকলৰ যেন ক্ৰন্দন অদ্ভুত ॥
কুৰু পাণ্ডু দুইহান্তৰ যত নাৰী মানে।
মৃত শৱ চাইবে গৈলন্ত দুখ মনে ॥ ২৮৫১২
সঞ্জয়ে ধৰিলা ধৃতৰাষ্ট্ৰৰ হাতত।
লাসে লাসে লৈ যান্ত সমৰ ভূমিত ॥
ভীমাৰ্জ্জুন যুধিষ্ঠিৰ শ্ৰীকৃষ্ণ সহিতে।
সৰ্ব্বজন যায় ধৃতৰাষ্ট্ৰৰ পাচতে ॥ ২৮৫১৩
ৰণভূমি মাজত পশিলা সবে যাই।
মহাভয় পাইলা সবে দেখি সেহি ঠাই ॥
শোণিতে ভৈলেক পঙ্ক ৰণভূমিখান।
মৰা শৱ পৰি আছে পৰ্ব্বত সমান ॥ ২৮৫১৪
হাতে মুণ্ড তুলিয়া নাচিছে ভূতগণ।
প্ৰেত পিশাচক দেখি ভীত হবৈ মন ॥
কৰিছে আবাৰ যত কাক গৃধ্ৰগণ।
শোণিত মাংসক কতো কৰিছে ভক্ষণ ॥ ২৮৫১৫
ফেকৰাই কৰে ৰাৱ কুকুৰে নাদয়।
কতো কতো শৱ ধৰি জম্বুকে টানয় ॥
ডাকিনী যোগিনীগণে আটাস পাৰয়।
শৱৰ উপৰে শৱ দেখি লাগে ভয় ॥ ২৮৫১৬
শ্বাপদ জন্তুয়ে আতি কৰে কোলাহল।
লোম শিহৰিয়া যায় দেখি ৰণস্থল ॥
তথাপি নকৰে ভয় যত নাৰীগণ।
নিজপতি পুত্ৰ সবে কৰে অন্বেষণ ॥ ২৮৫১৭
কোনো জনী পাইলা যাই স্বামীক দৰ্শন।
বুকত সাবটি ধৰি কৰিছে ক্ৰন্দন ॥
হা হা কৈক গৈলা মোৰ প্ৰভু প্ৰাণনিধি।
কিমতে কৰিলা মোক বিধৱাৰ সিদ্ধি ॥ ২৮৫১৮
কাৰ মুখ চাই গৃহবাসে ভুঞ্জো সুখ।
হৰি হৰি আউৰ নেদেখিবো স্বামীমুখ ॥
উঠা উঠা প্ৰাণনাথ নিদ্ৰা পৰিহৰা।
কান্দে তযু প্ৰাণপ্ৰিয়া কোলে চাপি ধৰা ॥২৮৫১৯
হেনমতে কতো কতো কৰয় ক্ৰন্দন।
কেহোজনী কৰে স্বামী পুত্ৰ অন্বেষণ ॥
কতোজনী পুত্ৰ বুলি ফুৰে গেৰি পাৰি।
কেহোজনী স্বামী বুলি ফুৰয় বিচাৰি ॥ ২৮৫২০
স্তূপাকাৰ শৱ আতি দেখি ভয় ভীত।
ঘোৰমূৰ্ত্তি ধৰি প্ৰেত চেলেকে শোণিত ॥
তথাপিতো নাৰীগণ তাহাক নডৰি।
শৱ মাজে মাজে শোকে ফুৰয় লৰৰি ॥ ২৮৫২১
হেন মতে বহু কষ্টে যত নাৰীগণ।
কতোবেলি পতি পুত্ৰ পাইলা দৰশন ॥
কান্দিবে লাগিলা সবে শিৰে কৰ হানি।
হৰি হৰি কেনমতে ধৰিবো পৰাণী ॥ ২৮৫২২
কতোজনী হৃদয়ত হানে বজ্ৰ মুঠি।
কতোজনী মাটিত পৰয় উঠি উঠি ॥
কেহোজনী অলঙ্কাৰ পেলাইলা খসাই।
কেহোজনী মৰাৰ মুখত চুমা খাই ॥ ২৮৫২৩

কেহোজনী শৰগোট কোলে লবে তুলি।
কেহোজনী গাৱে নাই চেতন সমূলি ॥
কেহোজনী গাণ্ডিত জোৰয় মুণ্ড আনি।
তাৱক্ষণে চিনে আপোনাৰ পুত্ৰ স্বামী ॥ ২৮৫২৪
কেহোজনী ধৰি কান্দে স্বামীৰ চৰণ।
কেহোজনী কপালত হানয় কঙ্কণ ॥
কেহোজনী মৰাৰ মুখত মুখ দিয়া।
শৱৰ সদৃশ হৈয়া থাকিলা পৰিয়া ॥ ২৮৫২৫
কিনো কুক্ষণত কৰিবাক গৈলা ৰণ।
অভাগীৰ সঙ্গে আৰো নভৈল দৰ্শন ॥
কেহোজনী নাৰী কান্দে পুত্ৰ পুত্ৰ বুলি।
দাৰুণ সন্তাপে বাপু মোক মাৰে পুলি ॥ ২৮৫২৬
কোনে আই বুলি আৰে মাতিবেক মোক।
হৰি হৰি কিমতে সহিবো পুত্ৰশোক ॥
হেনমতে কৌৰৱৰ যত নাৰীগণ।
পুত্ৰ স্বামী শোকে আতি কৰয় ক্ৰন্দন ॥ ২৮৫২৭
অনন্তৰে গান্ধাৰীৰ দগধ হৃদয়।
বধূসকলৰ শোক দেখি আতিশয় ॥
ৰণভুমিখান দেখি আতি ভয়ঙ্কৰ।
মহাশোকানলে দেৱী কান্দিলা বিস্তৰ ॥ ২৮৫২৮
তেখনে মিলিল যেন ৰোল ক্ৰন্দনৰ।
বাধা দিয়া ৰাখে হেন নাই একো নৰ ॥
শোকে অচেতন সবে যেন মৰা বেশ।
কৈত কোন পৰি ৰৈলা নাহিকে উদ্দেশ ॥ ২৮৫২৯
শৱৰ উপৰে শৱ অন্ত নাহি তাৰ।
গজ বাজী ৰথ পৰি আছয় অপাৰ ॥
নানা স্থানে অলঙ্কাৰ পৰিয়া আছয়।
দেখি গান্ধাৰীৰ আতি মনত বিস্ময় ॥ ২৮৫৩০
স্থানে স্থানে পৰি আছে শিৰৰ মুকুট।
কুণ্ডলে মণ্ডিত মুণ্ড দেখি অদভুত ॥
কাৰো হাত কাৰো পাৱ কাৰো শিৰ নাই।
বিপৰীত ভাৱে শৱ আছে ঠাই ঠাই ॥ ২৮৫৩১
ধ্বজ ছত্ৰ চামৰ আছয় স্থানে স্থানে।
অস্ত্ৰ তূণ ধনুক গণিবে পাৰে কোনে ॥
মকৰ কুণ্ডল পৰি আছে অগণন।
কোনো শৱে কৰি আছে ধৰণী শোভন ॥ ২৮৫৩২
সিবেলা বাতুল যেন দেখি গান্ধাৰীক।
বিচাৰি ফুৰন্ত দুৰ্য্যোধন নৃপতিক ॥
কতো বেলি পাইলা পাচে তান্ক দৰশন।
মাটিত পৰিয়া চিতে আছে দুৰ্য্যোধন ॥ ২৮৫৩৩
দেখিয়া গান্ধাৰী ভৈলা বিষাদে মগন।
হা দুৰ্য্যোধন বুলি হৰিল চেতন ॥
গুৰুতৰ শোকে বিমুৰ্চ্ছিত ভৈল মাৱ।
ভুমিত পৰিলা যেন মৃতকৰ ভাৱ ॥ ২৮৫৩৪
গাৱত নাহিকে জ্ঞান চক্ষু থিৰ ভৈল।
সৰ্ব্বজনে বোলে গান্ধাৰীৰো প্ৰাণ গৈল ॥
দেখি পাণ্ডৱৰ মনে বিষাদ জন্মিল।
আথে বেথে পাঞ্চভাই তুলিয়া ধৰিল ॥ ২৮৫৩৫
তথাপি গাৱত নাহি চেতন সমুলি।
বিস্ময় মানিলা সবে ধাতু গৈল বুলি ॥
পাচে কতোবেলি গান্ধাৰীৰ প্ৰাণ আইলা।
সন্ধুক্ষণ হুয়া দেৱী চক্ষুমেলি চাইলা ॥ ২৮৫৩৬
দুৰ্য্যোধন ৰাজাৰ মৃতক কলেৱৰ।
দুই হাতে ধৰি শোকে কান্দয় বিস্তৰ ॥
হৰি হৰি বিধি মোক কি কাৰ্য্য কৰিলা।
আগে নিধি দিয়া কেনে পাচত হৰিলা ॥ ২৮৫৩৭
মাৰিলা শতেক পুত্ৰ কেনে ধৰো দেহ।
সবাতো কৰিয়া মোৰ দুৰ্য্যোধনে স্নেহ ॥
হা কৈক গৈলা বাপু পুত্ৰ দুৰ্য্যোধন।
তোমাৰ সন্তাপে মোৰ নৰহে জীৱন ॥ ২৮৫৩৮
আই বুলি কোনে আৰো মাতিবেক মোক।
কোননো দাৰুণ যমে হৰি নিলে তোক ॥
মোৰ এই দেহা কিনো লোহায়ে গঢ়িল।
পুত্ৰৰ মৰণ দেখি প্ৰাণ নছাৰিল ॥ ২৮৫৩৯
হৰি হৰি কিনো মোৰ কপালে লিখিল।
পুত্ৰৰ আগত মোক মৰিবে নিদিল ॥
পূৰ্ব্বজন্মে কিনো ঘোৰ আচৰিলো পাপ।
সি কাৰণে পাওঁ শতপুত্ৰৰ সন্তাপ ॥ ২৮৫৪০

এহি বুলি মাটিত পৰয় ঘনে ঘন।
পুত্ৰৰ সন্তাপ আতি বাঢ়ে অনুক্ষণ ॥
হৰি হৰি কিনো দুখ দিলা মোক বিধি।
শতপুত্ৰ ভৈল যেন সপোনৰ নিধি ॥ ২৮৫৪১
হা হা দুৰ্য্যোধন বুলি কাঢ়ে দীৰ্ঘৰাৱ।
মোক অনাথিনী কৰি গৈলা কোন ঠাৱ ॥
যেহি দিন ধৰি পুত্ৰে বজাইলা ৰণক।
সেহিদিন হন্তে আৰো নেদেখিলো তোক ॥ '৪২
নানা অলঙ্কাৰ পিন্ধি কৰিয়া সুবেশ।
কোনে আৰো হৈব মোৰ আগত প্ৰবেশ ॥
সুন্দৰ শৰীৰ তোৰ বদন নিৰ্ম্মল।
আকাশত শোভে যেন চন্দ্ৰৰ মণ্ডল ॥ ২৮৫৪৩
আজি দেখো পৰি আছা ৰণ ধৰণীত।
ধূলি ধূসৰিত হুয়া দেখিতে কুৎচিত ॥
সুন্দৰ শীতল তোৰ শয্যা ৰত্নময়।
তথাতে শয়ন তোৰ শৰীৰ শোভয় ॥ ২৮৫৪৪
সুন্দৰী ৰমণীগণে চৌপাশে বেঢ়িয়া।
চৰণ সেৱয় তোৰ চামৰে বিঞ্চিয়া ॥
আজি কেনে পৰি আছা ধৰণী শয়নে।
নিবিঞ্চয় চামৰে সুন্দৰী নাৰীগণে ॥ ২৮৫৪৫
নট ভাটগণে প্ৰভাতত কৰি স্তুতি।
নিদ্ৰা হন্তে হেন ভাৱে কৰে বিমুকুতি ॥
আজি তোৰ দেখো কেনে বিমঙ্গল ভাৱ।
বেঢ়ি বেঢ়ি শৃগাল কুকুৰে কাঢ়ে ৰাৱ ॥ ২৮৫৪৬
বৃদ্ধ মাৰ বাপ তোৰ কৈক গৈলা এৰি।
ঘোৰ নিদ্ৰা পাৰি ৰৈলা ধৰণীত পৰি ॥
আছিল তোমাৰ যেন প্ৰচণ্ড প্ৰভাৱ।
আজি কেনে ঐত পৰি ভৈলা মৃত শৱ ॥ ২৮৫৪৭
এহি বুলি কান্দে ৰাণী ধৰণীত লুটি।
শতপুত্ৰ শোকে যেন যেন প্ৰাণ যাই ফুটি ॥
হেনমতে গান্ধাৰীৰ হৃদয়ে সন্তাপ।
অনন্তৰে শুনা ভানুমতীৰ বিলাপ ॥ ২৮৫৪৮

---

**দুলড়ী**

পাচে ভানুমতী স্বামীৰ শৱক
পাইলা কতোবেলি মানে।
মহাশোকে সতী কান্দিবে লাগিলা
স্বামীৰ ধৰি চৰণে ॥
হৰি হৰি প্ৰভো কৈক লাগি গৈলা
প্ৰাণৰ বল্লভ স্বামী।
তোমাৰ বিৰহে জীৱন নৰহে
যাওঁ যমপুৰে আমি ॥ ২৮৫৪৯
এহি বুলি সতী স্বামীৰ সন্তাপে
শোকে অগ্নি গৈলা জ্বলি।
সমস্ত সংসাৰ দেখি শূন্যময়
ভূমিত পৰিলা ঢলি ॥
কতোবেলি মানে লভিলা চেতন
নিদ্ৰাৰ যেন জাগয়।
মহাশোকে আতি কান্দিবে লাগিলা
স্বামীৰ শৱক চাই ॥ ২৮৫৫০
হা হা বিধি মোক কিকৰ্ম্ম কৰিল
কপালে লিখিলা কিক।
শিখাৰ সিন্দূৰ গুচাইলা মোহোৰ
ইটো জীৱনত ধিক ॥
বিধৱা ভাৱক কিমতে সহিবো
নপাইবো কিঞ্চিত সুখ।
লোকৰ নিন্দিত সহিবো কতেক
পাইবো মনে মহাদুখ ॥ ২৮৫৫১
এহি বুলি সতী দুই হাতে ধৰি
হানয় হিয়াত মুঠি।
কেশ ভৈল আউল যেহেন বাতুল
ক্ষণে পৰে ক্ষণে উঠি ॥
হা হা প্ৰাণস্বামী আজি দেখো কেন
তযু বিপৰীত ভাৱ।
তোমাৰ সুন্দৰ চন্দ্ৰ সম কান্তি
আতি সুকোমল গাৱ ॥ ২৮৫৫২

দুগ্ধফেন সম শীতল শয্যাত
নাসয় নিদ্রা তোমাৰ।
অসংখ্য সুন্দৰী সেৱকিনী সবে
সেৱয় চৰণ যাৰ ॥
হেনয় শৰীৰ মাটিৰ উপৰে
আজি ঘোৰ নিদ্রা গৈলা।
তযু সেৱকিনা ভৈল কাক গৃধ্র
সেৱক শৃগাল পাইলা ॥ ২৮৫৫৩
তোমাৰ উপৰে আৰিয়া আছিল
চন্দ্রাতপ বিতোপন।
হেন চন্দ্রাতপ এৰি পাইলা আজি
প্রচণ্ড ৰবি কিৰণ ॥
তোমাৰ হেনয় অৱস্থা দেখিয়া
কিমতে ধৰো জীৱন।
আপোন মৰণ আপুনি চিন্তিলা
নধৰি কাৰো বচন ॥ ২৮৫৫৪
পূৰ্ব্বতে তোমাক বুলিলে বহুত
ভীষ্ম দ্রোণ সাধুজন।
পাণ্ডৱৰ সঙ্গে বিবাদ কৰিবে
বুলিলা বাধা বচন ॥
কাৰো কথা তুমি নুশুনিলা প্রভু
তাতেসে মৃত্যু তোমাৰ।
মোক অনাথিনী কৰি স্বামী দেৱ
দিলাহা বিধবা ভাৰ ॥ ২৮৫৫৫
সহো কেনমতে মৰণ তোমাৰ
নৰহে মোৰ জীৱন।
যমৰ পুৰত সুমৰিবা মোক
নিয়ো লগে এতিক্ষণ ॥
এহি বুলি শোকে নিশ্বাস তেজন্ত
মনত আতি সন্তাপ।
হা হা স্বামী বুলি পৰিয়া মাটিত
কৰন্ত আতি বিলাপ ॥ ২৮৫৫৬
নমো নাৰায়ণ পতিত পাৱন
কৰো মই নিবেদন।
তোমাৰ চৰণে পশিলো শৰণে
কৃপা কৰা জনাৰ্দ্দন ॥
মই আতি দীন ধৰ্ম্মে মতিহীন
তথাপি কৰিলো আশ।
পাপী বুলি প্রভো নছাৰিবা মোক
চৰণত দিয়া বাস ॥ ২৮৫৫৭
বোলো ধৰ্ম্মেশ্বৰে আতি অল্পমতি
নজানোহো কিছু আন।
সন্ত সাধু যত বৈষ্ণৱ ভকত
সবাৰো ধৰো চৰণ ॥
আমাৰ পদত আছে দোষ যত
তাহাঙ্ক সবে ক্ষমিবা।
আতি মূৰ্খ জানি বঢ়া টুটা দোষ
তাকো একো নধৰিবা ॥ ২৮৫৫৮
ইটো সংসাৰৰ মিছা মায়া মোহ
এৰিয়োক সাধুজন।
আপুনিয়ো তৰা বংশকো উদ্ধাৰা
নষ্ট হৌক পাপগণ ॥
জানি সৰ্ব্বজন তেজি আন কাম
লোৰা মাধৱৰ নাম।
তেবে তৰিবাহা সুখে সংসাৰক
মুখে গোৱা হৰি নাম ॥ ২৮৫৫৯

---

### গান্ধাৰী প্ৰভৃতি স্ত্রীসকলৰ শোক আৰু শ্রীকৃষ্ণৰ প্রতি গান্ধাৰীৰ শাপ প্রদান

#### পদ

বৈশম্পায়ন বদতি শুনিয়ো মহাৰাজ।
আন অনন্তৰে শুনা যেন ভৈল কাজ ॥
স্বামীশোকে ভানুমতী কৰিছা বিলাপ।
দেখি গান্ধাৰীৰ ভৈল দ্বিগুণ সন্তাপ ॥ ২৮৫৬০
হৰি হৰি কৈক গৈলি পুত্র দুৰ্য্যোধন।
বাৰেক কৰিয়ো বাপু মোক সম্বোধন ॥

একবাৰ চক্ষু মেলি চায়ো দৃষ্টি ভৰি।
প্ৰিয়া ভানুমতী কান্দে ধৰণীত পৰি ॥ ২৮৫৬১
দেখি হেন সন্তাপে দহয় তনু মোৰ।
ধিক ধিক জীৱন নযায় যমপুৰ ॥
অকলে পৰিয়া তুমি আছা পৃথিবীত।
ভীষ্ম দ্ৰোণ কৃপ কৰ্ণ নাহিকে লগত ॥ ২৮৫৬২
নাহিকে ভুলত তোৰ শকুনি মাতুল।
আৰো তোৰ ঊনশত ভ্ৰাতৃ মহাবল ॥
একাদশ অক্ষৌহিণী নাহি সেনাগণ।
অকলে কৰিয়া আছা ভূমিত শয়ন ॥ ২৮৫৬৩
তেজিয়ো আলাস বাপু হাতে অস্ত্ৰ ধৰ।
যুদ্ধ হেতু হাঙ্কাৰিয়া আছে বৃকোদৰ ॥
উঠা উঠা পুত্ৰ আৰো নিদ্ৰা পৰিহৰা।
হাতে গদা লই ভীম সমে ৰণ কৰা ॥ ২৮৫৬৪
কৃষ্ণ ধনঞ্জয় তোক মাতিছে সঘনে।
মৌন হুয়া আছা প্ৰত্যুত্তৰ নেদা কেনে ॥
চিৰকাল হেতু কৈলি মাটিত শয়ন।
আৰো কি দেখিবো তোৰ সুচান্দ বদন ॥ ২৮৫৬৫
এহি বুলি গান্ধাৰী ভৈলেক সচেতন।
সমূলি মৰিল যেন নাহিকে চেতন ॥
মধুৰ বচনে বুলিলন্ত বহুভাৱ।
শুনা ৰাজপটেশ্বৰী কৌৰৱৰ মাৱ ॥ ২৮৫৬৬
মিছাতে নকৰা তুমি সন্তাপ অসীম।
যত দেখা চৰাচৰ দৈৱৰ অধীন ॥
কৰ্ম্মফলে হোৱে মাত্ৰ জনম সংহাৰ।
আনৰ নাহিকে তাত কিছু অধিকাৰ ॥ ২৮৫৬৭
কিন্তু লোকগণে যেন কৰ্ম্ম আচৰয়।
অৱশ্যে তাহাৰ তেনে ফলক পাৱয় ॥
দেৱতাক নিন্দে আৰো নিন্দে দ্বিজগণ।
পিতৃ মাতৃ গুৰুক নিন্দয় অজ্ঞজন ॥ ২৮৫৬৮
ইসবক বেদে বুলি আছয় কুকৰ্ম্ম।
তাক আচৰিলে মহা সিজয় অধৰ্ম্ম ॥
মন্দকৰ্ম্ম তেজি যিটো সুকৰ্ম্ম আচৰে।
ইহজন্মে পৰজন্মে সুখ ভোগ কৰে ॥ ২৮৫৬৮
জীৱন্তে সংসাৰে বহু ভোগক ভুঞ্জয়।
মৰিলেয়ো সৰ্ব্বজনে গুণ বখানয় ॥
অহঙ্কাৰে মত্ত হুয়া যিটো দুষ্ট নৰে।
সন্ত সুজনৰ বাক্য তাক অনাদৰে ॥২৮৫৭০
স্বেচ্ছাচাৰী হৈয়া মন্দকৰ্ম্ম আচৰয়।
পৰিশেষে ভস্মীভূত সিজন হোৱয় ॥
তযু পুত্ৰ দুৰ্য্যোধন আতি ক্ৰূৰমতি।
মন্দকৰ্ম্ম আচৰি ফুৰিল দিনে ৰাতি ॥ ২৮৫৭১
শেষে নিজ কৰ্ম্মফল অৱশ্যে ভুঞ্জিল।
কাৰো কথা নুশুনি সবংশে তল গৈল ॥
হেন জানি আত তযু শোক সুঘুৰায়।
উপজিলে যেবে তেবে যমপুৰে যায় ॥ ২৮৫৭২
বিজুলী চমক যেন আকাশে উদয়।
ক্ষণিক শৰীৰ ইটো জানা সেহি নয় ॥
বিশেষ জানিবা ইটো অনিত্য সংসাৰ।
সুহৃদ বান্ধৱ আদি পুত্ৰ পৰিবাৰ ॥ ২৮৫৭৩
কাৰ কোন আছে পিতৃ মাতৃ পুত্ৰ ভাই।
কালৰ গতিকে সবে হোৱে এক ঠাই ॥
যেন তৃণ কাষ্ঠচয় নদীৰ বেগত।
একত্ৰ হোৱয় আসি একহি স্থানত ॥ ২৮৫৭৪
ক্ষণেকতে অন্তৰে জলৰ বেগ পাই।
সেহিমতে কালে জানা জীৱক চলাই ॥
কোন জন অমৰ আছয় সংসাৰত।
তাক ভালে গুণি চোৱা আপোন মনত ॥ ২৮৫৭৫
বিধিয়ে কপালে যেন লিখি আছে যাৰ।
তাক খণ্ডাইবাক পাৰে হেন শক্তি কাৰ ॥
তুমি মহাবিজ্ঞ আতি নাৰীত প্ৰবীণ।
তথাপি কৰিছা শোক যেন জ্ঞানহীন ॥ ২৮৫৭৬
জানি তুমি এৰা শোক মোৰ বাক্য ধৰি।
বিধিৰ নিৰ্ব্বন্ধ তাক এৰাইবে নোৱাৰি ॥
কৃষ্ণৰ প্ৰবোধ শুনি কৌৰৱজননী।
মনদুখে কৰযোৰে বুলিলন্ত বাণী ॥ ২৮৫৭৭
যি বুলিলা হৰি তুমি দৈৱকীতনয়।
সবে সত্য কিন্তু মোৰ হৃদয়ে নলয় ॥

হে কৃষ্ণ মোৰ কিনো অভাগ্য কপাল।
একেলগে ভৈল শত তনয়ৰ কাল ॥ ২৮৫৭৮
এজনো নৰৈল বাকী মৰিল সকল।
তাতে কেনে সহো বধূসবৰ বিকল ॥
দেৱগণে যাক নেদেখিল একো কালে।
হেনয় বোহাৰী কান্দে পৰিয়া ভূতলে ॥ ২৮৫৭৯
ঘনে ঘনে ডাক পাৰে স্বামী পুত্ৰ বুলি।
কপালে কঙ্কণ মাৰে বিমুকুত চুলি ॥
সুন্দৰ বদন যেন প্ৰফুল্ল কমল।
নবীন বয়স আতি তনু সুকোমল ॥ ২৮৫৮০
যাৰ ৰূপ দেখি মোহ হোৱে দেৱগণ।
হেন নাৰী কুৰুক্ষেত্ৰে কৰন্ত ক্ৰন্দন ॥
স্বামী শোকে আৰ্ত্তনাদে পূৰিল আকাশ।
লোতকে বেঢ়িল নাকলিয় দিশপাশ ॥ ২৮৫৮১
শোকৰ জমক চৰি গৈলা তাসম্বাৰ।
কণ্ঠস্বৰ শুনি যেন দহয় শৰীৰ ॥
বীৰবেশ ধৰে কতো স্বামীহীন নাৰী।
শোকে নৃত্য কৰে কতো হাতে অস্ত্ৰ ধৰি ॥ '৮২
হেন দুখ দেখি মোৰ নসহয় মন।
হৰি হৰি কৈক গৈল মোৰ পুত্ৰগণ ॥
যাক আবৰিয়া আছিলেক পাত্ৰবৰ্গ।
ৰাজ্য ভোগ ভুঞ্জিলেক যেন ইন্দ্ৰে স্বৰ্গ ॥২৮৫৮৩
হেন মোৰ প্ৰতাপী তনয় কৈক গৈল।
তাৰ আগে মোৰ কেনে মৰণ নভৈল ॥
সুৱৰ্ণৰ ছত্ৰ যাৰ শিৰত শোভয়।
সুন্দৰী ৰমণীগণে চামৰে বিঞ্চয় ॥ ২৮৫৮৪
চোৱা কৃষ্ণ হেন মোৰ পুত্ৰৰ অৱস্থা।
ধূলিত বাগৰি পৰি আছে কায় মাথা ॥
কেনমতে সহো তাক নৰয় পৰাণ।
কুপুত্ৰ সুপুত্ৰ দুয়ো মাৰত সমান ॥ ২৮৫৮৫
সকলো শোকত কৰি শ্ৰেষ্ঠ পুত্ৰশোক।
হেন শোকশেলে প্ৰভু ভেদি আছে মোক ॥
গৰ্ভধাৰী হুয়া যিবা আছে নাৰীগণ।
তেহো বুজিবাক পাৰে পুত্ৰৰ মৰণ ॥ ২৮৫৮৬
শতপুত্ৰ শোক মোৰ বাঢ়ে অনুক্ষণ।
অনিবাৰ্য্য শোক প্ৰভু নোহে নিবাৰণ ॥
মহাৰাজাগণে যাৰ সেৱয় চৰণ।
মাটিত পৰিয়া আছে হেন দুৰ্য্যোধন ॥ ২৮৫৮৭
একছত্ৰে ৰাজ্যসুখ ভুঞ্জিল অপাৰ।
বিধিয়ে কৰিল এবে গৃধ্ৰৰ আহাৰ ॥
শৰীৰ ভূষিত যাৰ সুগন্ধ চন্দন।
শৃগালে কৰিছে তাৰ মাংসক ভোজন ॥ ২৮৫৮৮
যি শৰীৰ মাৰ্জন্ত সুন্দৰী দাসীগণে।
এবে হেন শৰীৰ টানয় কাকগণে ॥
নিদ্ৰাক নপায় যিটো শীতল শয্যাত।
এবে ঘোৰ নিদ্ৰা ভৈল কঠিন ধৰাত ॥ ২৮৫৮৯
ইজন্মক লাগি পুতাই গৈল পৰলোক।
কেৱল ডুবাইল শোক সাগৰত মোক ॥
হে কৃষ্ণ মোৰ পুত্ৰে নুশুনিল কথা।
সিকাৰণে ভৈল তাৰ এনুৱা অৱস্থা ॥ ২৮৫৯০
আচৰি মৰিল পুত্ৰ ক্ষত্ৰিয়ৰ ধৰ্ম্ম।
তাৰ হেতু আমিয়ো এৰিলো শোক মৰ্ম্ম ॥
কিন্তু এক ভৈল মোৰ ঘোৰ হৃদিতাপ।
ৰণক্ষেত্ৰ দেখি দুৰ্য্যোধনৰ ভাৰ্য্যাক ॥ ২৮৫৯১
নেদেখিল যাক চন্দ্ৰ সূৰ্য্য একো কালে।
হেনয় বোহাৰী কান্দে পৰম বিকলে ॥
চোৱা হাৰ বাতুল ভৈলেক বধূগণ।
হেন দুখ কিমতে সহিবো নাৰায়ণ ॥ ২৮৫৯২
মোৰ ভাই শকুনি কপটী দুৰাচাৰ।
তাৰ বুদ্ধিতেসে ভৈল সবংশে সংহাৰ ॥
কাৰো বাক্য নমানিল মোৰ পুত্ৰগণ।
তাৰ সমুচিত ফল পাইল সিকাৰণ ॥ ২৮৫৯৩
কিন্তু মোৰ হেন খেদ হৃদয়ত আতি।
বৃদ্ধকালে নৃপতিৰ হৈব কোন গতি ॥
একে অন্ধ তাতে বৃদ্ধ এবে পুত্ৰহীন।
পুত্ৰ পুত্ৰ বুলি কান্দিবেক ৰাত্ৰি দিন ॥ ২৮৫৯৪
নুৰুচিব অন্ন পান কান্দিব সততে।
হেন দুখ দেখি মই সহিবো কিমতে ॥

হৰি হৰি পুতাই পৰি বৈলা পৃথিবীত।
অসম্ভৱ কৰ্ম্ম কিনো বিধিৰ লিখিত ॥ ২৮৫৯৫
সজ্জনৰ বাধা এৰি পৰাণ তেজিলা।
নাহিকে তোমাৰ দোষ বিধিয়ে বিহিলা ॥
এহি বুলি গান্ধাৰী হৃদয়ে মুঠি হানে।
পুত্ৰৰ সন্তাপে যেন মৰয় পৰাণে ॥ ২৮৫৯৬
হেন দেখি সৰ্ব্বজন বৈলা অধোমুখে।
ৰাজা যুধিষ্ঠিৰ কান্দে আতি মনদুখে ॥
ভূতলে পৰিয়া সতী দ্রৌপদী সুন্দৰী।
পাঞ্চপুত্ৰ শোকে কান্দে হিয়ে মুঠি ধৰি ॥ ২৮৫৯৭
সুভদ্রা কান্দয় পৰি অভিমন্যু বুলি।
তোমাৰ সন্তাপে ভৈলা দগধ সমূলি ॥
পুত্ৰ পুত্ৰ বুলি ঘনে কাঢ়ে দীৰ্ঘৰাৱ।
বাপ মাৱ এৰি বাপু গৈলা কোন ঠাৱ ॥ ২৮৫৯৮
বিৰাটনন্দিনী বোলে কৈক গৈলা স্বামী।
তোমাৰ বিৰহে প্ৰভু কেনে জীৱো আমি ॥
মোক অনাথিনী কৰি তুমি গৈলা এৰি।
নৰয় জীৱন মোৰ তোমাক সুমৰি ॥ ২৮৫৯৯
বাপ ধনঞ্জয় তযু মোমা নাৰায়ণ।
তথাপি তোমাৰ কেনে মিলিল মৰণ ॥
হেন দেখি মহাশোকে কান্দে যুধিষ্ঠিৰ।
ভীমেয়ো কান্দয় আতি শোকত অস্থিৰ ॥ ২৮৬০০
অৰ্জ্জুনৰো মনত বিকল আতিশয়।
বিলাপি কান্দিছে দুয়ো মাদ্ৰীৰ তনয় ॥
কৰ্ণ শোকে কুন্তীৰ হৃদয় মাৰে পুৰি।
অন্তৰ দগধ কিন্তু প্ৰখ্যাতে নোৱাৰি ॥ ২৮৬০১
সিকালত মহাৰোল ভৈল ক্ৰন্দনৰ।
নাহি শ্ৰুতি জ্ঞান যত নাৰীসকলৰ ॥
কুৰুক্ষেত্ৰে ভৈল আতি ক্ৰন্দনৰ ৰোল।
প্ৰলয় বতাসে যেন সাগৰ কল্লোল ॥ ২৮৬০২
হা হা স্বামী বুলি কতো পাৰে ৰাৱ।
মোক অনাথিনী কৰি গৈলা কোন ঠাৱ ॥
পুত্ৰ পুত্ৰ বুলি কতো হোৱে অচেতন।
আউল জাউল কেশ কাৰো বাতুল লক্ষণ ॥ ২৮৬০৩

নিশ্বাস তেজিয়া কতো পৰি মূৰ্চ্ছা যায়।
কেহো পৃথিবীত পৰি ভৈলা মৃত্যুপ্ৰায় ॥
নয়নৰ নীৰে পঙ্ক ভৈল ৰণভূমি।
লাসে লাসে প্ৰবল ভৈগৈল শোক উৰ্ম্মি ॥ '০৪
গান্ধাৰী কেৱল কান্দে দুৰ্য্যোধন বুলি।
ঘনে ঘনে মুঠি হানে শিৰে কৰ তুলি ॥
ইটো চাৰ জীৱন নাযায় কি কাৰণে।
হস্তিনা ভৈলেক শূন্য তনয় বিহীনে ॥ ২৮৬০৫
গান্ধাৰীৰ সন্তাপে দহয় তনু মন।
দেখি কৃষ্ণে বুলিলেক মধুৰ বচন ॥
নাকান্দা নাকান্দা মাৱ নকৰিবা শোক।
কান্দিলে কি পাইবা আৰো দুৰ্য্যোধন পোক ॥ '০৬
জন্মিলে মৰণ আছে জানা সমস্তৰে।
চিৰজীৱী লোক জানো দেখিছা সংসাৰে ॥
কাল ভৈল মৰিল তোমাৰ সুতগণ।
পূৰ্ব্বত বিধিয়ে যেন কৰিছে লিখন ॥ ২৮৬০৭
হেন জানি শোক এৰা কৰ্ম্মফল জানি।
মিছা শোকে ফল নাই বুলিলো প্ৰমাণি ॥
হেন শুনি গান্ধাৰীৰ স্থিৰ কৰি মন।
লোতক মুচিয়া পাচে বুলিলা বচন ॥ ২৮৬০৮
হে কৃষ্ণ যি বুলিলা দৈৱকীতনয়।
সবে সত্য হয় কিন্তু ভাগিছা নিশ্চয় ॥
তিনিয়ো লোকৰ মাত্ৰ তুমি অধিকাৰী।
স্ৰজন্তা পালন্তা সৃষ্টি সংহাৰণকাৰী ॥ ২৮৬০৯
তুমি বিনে কৰ্ত্তা নাহি ইটো ব্ৰহ্মাণ্ডত।
স্বচ্ছন্দে কৰিছা ভাল মন্দ কাৰ্য্য যত ॥
সমস্ত জীৱৰ গতি পৰমাত্মা ৰূপী।
ইটো জগতত তুমি আছা সৰ্ব্বব্যাপী ॥ ২৮৬১০
হৃদয়ত যেন বুদ্ধি দিয়া নাৰায়ণ।
সেহিৰূপে কৰ্ম্ম আচৰয় প্ৰাণীগণ ॥
তেবে তুমি আনক দেখিছা কি কাৰণ।
কৰণ কাৰণ মাত্ৰ তুমি নাৰায়ণ ॥ ২৮৬১১
এতেকতে মোহোৰ পুত্ৰত কিবা দোষ।
তোমাৰ ইচ্ছাতে ভৈল সবংশে নিশেষ ॥

কুৰু পাণ্ডু দুয়ো আছিলেক একে ভাই।
তুমি কূটনাটে দুইকো দিলা বিহবাই ॥ ২৮৬১২
কি বুলিবো প্ৰভু মই তোমাৰ চৰিত্ৰ।
তুমি কৌৰৱৰ যেন চিন্তি আছা হিত ॥
কুৰুকুল নাশ হেতু চিন্তিলা উপায়।
দিলা পাণ্ডৱৰ সঙ্গে বিবাদ লগাই ॥ ২৮৬১৩
সমুলি নজানে দ্বেষ ধৰ্ম্ম নৰপতি।
তুমি মাত্ৰ ভ্ৰাতৃভেদ শিকাই দিলা আতি ॥
যদিবা ভ্ৰাতৃৰ মাজে কন্দল মিলিল।
তৈত ৰহিবাক তযু উচিত নাছিল ॥ ২৮৬১৪
সমান সম্বন্ধ তযু কুৰু পাণ্ডুসমে।
পাণ্ডৱৰ সখা তুমি ভৈলা কি কাৰণে ॥
যুদ্ধহেতু নিমন্ত্ৰণ কৰিবাক মন।
তোমাৰ সমীপে গৈল পুত্ৰ দুৰ্য্যোধন ॥ ২৮৬১৫
তৈসানি দেখিয়া তাক মুদিলা নয়ন।
কপট নিদ্ৰায় তুমি কৰিলা শয়ন ॥
পাচে কতোবেলি গৈলা বীৰ ধনঞ্জয়।
তেতিক্ষণে জাগিয়া বসিলা মহাশয় ॥ ২৮৬১৬
ছল কৰি প্ৰথমে বৰিলা অৰ্জ্জুনক।
নাৰায়ণী সেনা দিলা মোৰ তনয়ক ॥
আপুনি সাৰথি ভৈলা অৰ্জ্জুনৰ ৰথে।
সমান সম্বন্ধ তযু ৰহিল কিমতে ॥ ২৮৬১৭
যদি নভৈলাহা হন্তে সাৰথি ৰথৰ।
সৈন্যকো নিদিলা হন্তে তনয়ক মোৰ ॥
তেতিক্ষণে শুদ্ধমন বুলিবাক পাৰি।
সমান সম্বন্ধ ৰহে তেখনে মুৰাৰি ॥ ২৮৬১৮
দূত হুই গৈলা আৰো কৌৰৱ সভাক।
পাণ্ডৱৰ হেতু পঞ্চ গ্ৰাম খুজিবাক ॥
নিদিলেক ৰাজ্য দুৰ্য্যোধনে কিবা গুণি।
তুমি আসি পাণ্ডৱত বুলিলা প্ৰমাণি ॥ ২৮৬১৯
একখানি কথাকে লগাইলা নানা মতে।
যুজিবে উদ্যোগ ভৈল তোমাৰ কপটে ॥
হে কৃষ্ণ কিনো মই বুলিবো তোমাত।
শুনাইলা ইসব কথা সঞ্জয়ে আমাত ॥ ২৮৬২০
মহন্ত পাণ্ডুৰ পুত্ৰ ৰণে নাহি মন।
তুমি কূটনাট কৰি লগাই দিলা ৰণ ॥
যদি দুইহান্তত তযু আছিলেক মৰ্ম্ম।
তেবে তুমি কিয় কৰিলাহা হেন কৰ্ম্ম ॥ ২৮৬২১
দুয়োকুল যৈসানি যুজিবে সাজু ভৈলা।
তৈসানি গৃহক তুমি কিসক নগৈলা ॥
এতেকে জানিলো তুমি ভৈলা আদি মূল।
তুমিসে কৰিলা মোৰ সবংশে নিৰ্ম্মূল ॥ ২৮৬২২
তযু অভিসন্ধিতে কৰিছা যত কৰ্ম্ম।
মিছাত বুলিছা উভয়ত আছে মৰ্ম্ম ॥
কি বুলিবো প্ৰভু মই জ্ঞানহীন নাৰী।
উচিত বোলন্তে দুখ নাপাবা মুৰাৰি ॥ ২৮৬২৩
পৰম পুৰুষ তুমি দেৱতাৰো দেৱ।
ইটো ব্ৰহ্মাণ্ডত তুমি বিনে নাহি কেৱ ॥
সবাৰো নায়ক তুমি জগত কাৰণ।
তযু ইচ্ছাতেহে হয় জনম মৰণ ॥ ২৮৬২৪
যিজনে নাজানে তযু গুণ মহিমাক।
ভাণ্ডিয়া বচন তেবে বুলিবাহা তাক ॥
জানো মই তোমাৰ মহিমা গুণগণ।
মোৰ আগে নুবুলিবা কপট বচন ॥ ২৮৬২৫
অৰ্জ্জুনৰ বধ চিন্তি কৰ্ণ মহাবীৰ।
দিব্য অস্ত্ৰ ৰাখিলা কৰিয়া মনে স্থিৰ ॥
কিন্তু হৰি তাত তুমি বিঘিনি পাতিলা।
ভীমৰ পুত্ৰক ৰাত্ৰি যুজিবে বুলিলা ॥ ২৮৬২৬
ঘটোৎকচে মায়া ধৰি জিনিলেক ৰণ।
সেহি অস্ত্ৰে কৰ্ণে তাক কৰিলে ঘাটন ॥
মহা শৰঘাৱে ঘটোৎকচ গৈলা মৰি।
অৰ্জ্জুনৰ জীৱন ৰাখিলা তুমি হৰি ॥ ২৮৬২৭
এতেকতে মনে গুণি চোৱা নাৰায়ণ।
তযু বুদ্ধি বলে ৰৈল পাৰ্থৰ জীৱন ॥
যৈসানি গঙ্গাৰ সুতে ঘোৰ শৰ ধৰি।
হানিলন্ত পাণ্ডৱক বধ মনে কৰি ॥ ২৮৬২৮
সেহি শৰ দেখি ভয় পাইলা হৃষীকেশ।
সবাকো বিমুখ হেতু কৰিলা আদেশ ॥

পাণ্ডৱী দলত সবে ধনু শৰ এৰি।
পিঠি দিয়া ৰহিলেক তযু আজ্ঞা ধৰি ॥ ২৮৬২৯
কেৱল বিমুখ নভৈলেক ভীম বীৰ।
গদা পাতি ৰহিলন্ত মন কৰি থিৰ ॥
হেন দেখি তুমিয়ো বিকল আতি ভৈলা।
ভীমক কৰিয়া পাচ আগবাঢ়ি ৰৈলা ॥ ২৮৬৩০
খেদি আইল শৰপাট দহিবে ভীমক।
বুকুপাতি সেহি শৰ ধৰিলা কিসক ॥
যদি তুমি নাৰাখিলা হস্তে পাণ্ডৱক।
তেবে সেহি শৰে দহি নিয়য় যমক ॥ ২৮৬৩১
যেনে তেনে পাণ্ডৱক তুমি ৰক্ষা কৰা।
মোৰ তনয়ৰ মাত্ৰ বিঘিনি আচৰা ॥
ভীষ্ম হেন মহাবীৰে কৰিল সমৰ।
তাহাঙ্ক জিনন্তা নাই ত্ৰৈলোক্য ভিতৰ ॥ ২৮৬৩২
বাঞ্ছিলে মিলয় যাৰ স্বচ্ছন্দ মৰণ।
তযু বুদ্ধি বিনে তাঙ্ক জিনে কোনজন ॥
আছিল কৌৰৱ পক্ষে যত বীৰগণ।
দেৱতো অভঙ্গ তাৰ একো একো জন ॥ ২৮৬৩৩
তাক কি পাণ্ডুৰ পুত্ৰে জিনিবে পাৰয়।
তোমাৰ কপটে ভৈল কুৰুকুল ক্ষয় ॥
তোমাৰ কথাক মই মনে আছো জানি।
যেনে তেনে চিন্তিলাহা কৌৰৱৰ হানি ॥ ২৮৬৩৪
পাণ্ডৱৰ সপক্ষে ভৈলাহা কৃপাময়।
তাতেসে ভৈলেক পঞ্চভ্ৰাতৃ ৰণ জয় ॥
আৰো এক কথা মই বোলোহো তোমাত।
শুনাইলেক ইটো কথা সঞ্জয়ে আমাত ॥ ২৮৬৩৫
যৈসানি সুভদ্ৰাসুত ৰণত পৰিল।
শুনি ক্ৰোধে ধনঞ্জয়ে প্ৰতিজ্ঞা কৰিল ॥
কালি দিবাভাগে জয়দ্ৰথক বধিবো।
তাক নামাৰিয়া আউৰ গৃহে নপশিবো ॥ ২৮৬৩৬
যদি সূৰ্য্য অস্ত পূৰ্ব্বে তাহাক নামাৰো।
তেবে সত্যে ইটো দেহা অগ্নি জাস কৰো ॥
হেন অঙ্গীকাৰ কৰি বীৰ ধনঞ্জয়।
বঞ্চিলা ৰজনীগোট সুখে আতিশয় ॥ ২৮৬৩৭

পাচদিনা প্ৰভাতে কৰিয়া স্নান দান।
জয়দ্ৰথ বধ হেতু কৰিলা পয়াণ ॥
তুমি ভৈলা অৰ্জ্জুনৰ সাৰথি ৰথৰ।
সিদিনা মিলিল আতি দুৰ্ঘোৰ সমৰ ॥ ২৮৬৩৮
দেখি ভয়ে দ্ৰোণে বেহু পাতিলেক যাই।
জয়দ্ৰথ নৃপতিক থৈলা পলুৱাই ॥
একোমতে সৈন্ধৱক লাগক নধৰি।
চিন্তিলা উপায় পাচে তুমিসে মুৰাৰি ॥ ২৮৬৩৯
তোমাৰ মায়াতে দিবসতে সন্ধ্যা ভৈল।
দেখি কৌৰৱৰ মনে আনন্দ মিলিল ॥
অৰ্জ্জুনৰ মনত বিকল আতিশয়।
অগ্নি জ্বালি কৰিলন্ত মৰিবে নিশ্চয় ॥ ২৮৬৪০
সেহি সময়ত ৰঙ্গ চাহিবাক প্ৰতি।
আসিলন্ত দুৰ্য্যোধন সৈন্ধৱ সহিতি ॥
হেন ছল পাই ইন্দ্ৰসুত মহাবীৰ।
একে শৰে ছেদিলন্ত সৈন্ধৱৰ শিৰ ॥ ২৮৬৪১
যেতিক্ষণে জয়দ্ৰথ ৰণত পৰিল।
তেতিক্ষণে সন্ধ্যা গুচি দিবা আসি ভৈল ॥
কোৱা প্ৰভু সেই কৰ্ম্ম কৰিলেক কোনে।
আবৰি ৰাখিলা তুমি সূৰ্য্য সুদৰ্শনে ॥ ২৮৬৪২
যতেক কৰিলা মানে তুমি নাৰায়ণ।
মোহোৰ পুত্ৰক দোষ দিয়া কি কাৰণ ॥
হেনকি উপায় জানে পাণ্ডুপুত্ৰগণ।
তোমাৰ ইচ্ছাতে ভৈল সবাৰো মৰণ ॥ ২৮৬৪৩
যেনে তেনে পাণ্ডৱৰ সাধিলাহা ইষ্ট।
মোৰ তনয়ৰ মাত্ৰ চিন্তিলা অনিষ্ট ॥
হৰি হৰি কিনো মোৰ অভাগ্য কপাল।
তোমাৰ দয়াৰ পাত্ৰ নভৈলো গোপাল ॥ ২৮৬৪৪
কৰ্ম্মৰ লিখন বুলি ভাণ্ডিছা বচনে।
তুমি বিধাতাৰো স্ৰষ্টা সৰ্ব্বশাস্ত্ৰে ভণে ॥
তুমি কূট নাটক কৰি সবাকো মাৰিলা।
কৰ্ম্মফল বুলি কেনে মোক প্ৰবোধিলা ॥ ২৮৬৪৫
নোৱাৰোহো পতিয়াৰ বুলি কৰ্ম্মমূল।
তুমিসে কৰিলা নাশ যত কুৰুকুল ॥

কৌৰৱত তযু কিনো নিষ্ঠুৰ মিলিল।
তিলাৰ্দ্ধ তোমাৰ মনে দয়া নুপজিল ॥ ২৮৬৪৬
একটিয়ো পুত্ৰ নাৰাখিলা সংসাৰত।
বংশনাশ হেতু তুমি চিন্তিলা মনত ॥
মোৰ হৃদয়ত তুমি যেনে দিলা শাল।
বিদাৰে পৰাণ মোৰ কি কৈবো গোপাল ॥২৮৬৪৭
তুমি সৰ্ব্ব আদি মূল স্ৰজন পালন।
কৰি আছা তুমি ত্ৰিজগত সংহৰণ ॥
সুমতি কুমতি দাতা তুমি কৃপাময়।
শুভাশুভ কৰ্ম্ম তযু ইচ্ছাতেসে হয় ॥ ২৮৬৪৮
সৰ্ব্বত্ৰ জীৱত পশি আছা নাৰায়ণ।
তুমি বিনে কৰন্তা নাহিকে আন জন ॥
বুলি আছা সমস্তকে কালেসে কৰয়।
তুমি বিনে কাল নাহি জানিছো নিশ্চয় ॥ ২৮৬৪৯
বলে বা উপায়ে কৰা যাক যেনে ইচ্ছা।
তোমাৰ বাঞ্ছিত কোনে কৰিবেক মিছা ॥
বুলিবাহা দুৰ্য্যোধন দুৰ্জ্জন কপটী।
নমানিল কাৰো বাক্য আতি মন্দমতি ॥ ২৮৬৫০
কিন্তু তাক কি বুলিবো তোমাত গোসাই।
বিচাৰি নপাওঁ তযু বিনে আন ঠাই ॥
হৃদয়ত থাকি তুমি যেনে বুদ্ধি দিলা।
দুৰ্য্যোধনে তাত তেনেমতে আচৰিলা ॥ ২৮৬৫১
আৰে তুমি তাক দোষ দিয়া কোন ফলে।
গুণি চোৱা যত দোষ তোমাতেসে মিলে ॥
তুমি মাত্ৰ ভৈলা কৌৰৱৰ বধভাগী।
অনাথ কৰিলা মোক ইজন্মক লাগি ॥ ২৮৬৫২
যাৱে ইটো প্ৰাণ মোৰ শৰীৰে ৰহয়।
তাৱে মোৰ শোক অগ্নি নিবৃত্তি নহয় ॥
পুত্ৰৰ সন্তাপে দেহা দহে অনুক্ষণ।
এক দুই নোহে মোৰ শতেক নন্দন ॥ ২৮৬৫৩
তোমাৰ কথাত মই নযাওঁ সঞ্জাত।
যতেক কৰিলা তুমি আপোন ইচ্ছাত ॥
তুমি মোক দিলা যেন দাৰুণ সন্তাপ।
দিবো মই তোমাক তেনয় ঘোৰশাপ ॥ ২৮৬৫৪
তেবেসে গুচিব হৃদয়ৰ শুল গুলি।
এহি বুলি সতী হাতে জল লৈলা তুলি ॥
মোক যেন দহি আছা পুত্ৰ শোকশালে।
তুমিয়ো লভিবা পুত্ৰশোক অল্পকালে ॥ ২৮৬৫৫
যেন মোৰ বোহাৰী কান্দিছে দুখ মনে।
তেনয় কান্দিবে তযু পুত্ৰবধূগণে ॥
যেন কৰি আছা তুমি কুৰুবংশ ক্ষয়।
তোমাৰো বংশৰ তেনে মিলিবে প্ৰলয় ॥ ২৮৬৫৬
আপোনাক আপুনি চিন্তিবা মহামাৰ।
যাদৱ বংশৰ তৈতে মিলিবে সংহাৰ ॥
এহি বুলি মৌন ভৈলা কৌৰৱৰ মাৱ।
শুনি যুধিষ্ঠিৰৰ কম্পিয়া গৈল গাৱ ॥ ২৮৬৫৭
অন্তৰ্য্যামী নাৰায়ণ বুজিলন্ত কথা।
সতীৰ অব্যৰ্থ বাক্য নহৈবে অন্যথা ॥
খণ্ডিবাক হেতু পৃথিৱীৰ মহাভাৰ।
বসুদেৱ গৃহে মই ভৈলো অৱতাৰ ॥ ২৮৬৫৮
ইদানীক ভৈল শেষ ধৰণীৰ ভাৰ।
আপোন বংশকো মই কৰিবো সংহাৰ ॥
হেন শুনি হাসি কৃষ্ণে বুলিলা বচন।
মোৰ বংশ মাৰিবে পাৰয় কোনজন ॥ ২৮৬৫৯
দুৰ্য্যোধন হেতু তযু বংশ ভৈল ক্ষয়।
মিছাতেসে মোক শাপ দিলা আতিশয় ॥
যদি মোত আছে দোষ মিলিবেক শাপ।
আপোন দোষত মই লভিবো সন্তাপ ॥ ২৮৬৬০
এহি বুলি কৃষ্ণে পাচে মায়া বিস্তাৰিলা।
গান্ধাৰীৰ মনক তেখনে সন্তোষিলা ॥
অনন্তৰে পৰম পুৰুষ নাৰায়ণ।
ধৃতৰাষ্ট্ৰ নৃপতিক বুলিলা বচন ॥ ২৮৬৬১
সমস্তৰে প্ৰেতকাৰ্য্য কৰিবাক লাগে।
যাৰ যেন মৰণ মিলিল কৰ্ম্মভাগে ॥
শুনা সৰ্ব্বজন ইটো পদ ভাৰতৰ।
আত পৰে লাভ আৰো নাহি মানুষৰ ॥ ২৮৬৬২
বৈষ্ণৱত কৰি শ্ৰেষ্ঠ নাহি সংসাৰত।
তাহাৰ প্ৰমাণ চোৱা পাণ্ডৱসকত ॥

যেন মাৱে তনয়ক ৰাখয় আবৰি।
সঙ্কটত তাহাক ৰাখিলা দেৱ হৰি ॥
হেন জানি বিষ্ণু বৈষ্ণৱত দিয়া ৰতি।
ৰাম ৰাম বুলি তৰা সংসাৰ দুৰ্গতি ॥ ২৮৬৬৩

---

### যুধিষ্ঠিৰাদিৰ দ্বাৰা মৃতসকলৰ শৰীৰ-সংস্কাৰ আৰু হস্তিনালৈ যাবলৈ যুধিষ্ঠিৰৰ প্ৰতি শ্ৰীকৃষ্ণৰ উপদেশ

#### পদ

বৈশম্পায়ন মুনিত পুছন্ত নৰপতি।
কহা পাচকথা আৱে শুনোহো সম্প্ৰতি ॥
অষ্টাদশ অক্ষৌহিণী ৰণত মৰিল।
কেনমতে তাৰ প্ৰেতকাৰ্য্যক কৰিল ॥ ২৮৬৬৪
বুলিলাহা মোত পূৰ্ব্বাপৰ কথা যত।
শুনিয়া কৰ্ণত যেন বৰিষে অমৃত ॥
মুনিয়ে বোলন্ত শুনিয়োক নৰনাথ ॥
সকলো কথাক মই বুলিবো তোমাত ॥ ২৮৬৬৫
শুনি আছা কৃষ্ণে যেন কৰিলা আদেশ।
মৃতকৰ কৰ্ম্ম কৰিবাক সবিশেষ ॥
শুনি ধৃতৰাষ্ট্ৰ ৰাজা মন থিৰ কৰি।
যুধিষ্ঠিৰ নৃপতিক বুলিলা সাদৰি ॥ ২৮৬৬৬
শুনা বাপ পাণ্ডুসুত বোলোহো তোমাত।
যত যত বীৰ মানে মৰিল ৰণত ॥
ঝাণ্টে চিতা সাজিয়োক মিলায়ো সম্ভাৰ।
সমস্তৰে শৰীৰক কৰিয়ো সংস্কাৰ ॥ ২৮৬৬৭
আমাতে লাগিয়া মাৰিলেক যত ৰাজ।
নকৰিলে প্ৰেতকাৰ্য্য মোৰ হৈবে লাজ ॥
হেন জানি সত্বৰে মোহোৰ ৰোল ধৰা।
চিতা সাজি সমস্তৰে শৰীৰক পোৰা ॥ ২৮৬৬৮
আপোন পৰক তুমি নিবিচাৰি মনে।
সাধিয়ো কাৰ্য্যক শীঘ্ৰে পৰম যতনে ॥
ইন্দ্ৰসেন ধৰ্ম্মসেন যুযুৎসু সঞ্জয়।
বিদুৰক আদি যত আছে লোকচয় ॥ ২৮৬৬৯
সৰ্ব্বজন তোমাৰ লগত সঙ্গী হোক।
বেদৰ বিহিত ধৌম্য ঋষিয়ে কৰোক ॥
যুধিষ্ঠিৰে শুনি হেন অন্ধৰ বচন।
শিৰোগত কৰি লৰি গৈলা তেতিক্ষণ ॥ ২৮৬৭০
ভীমসেন আদি সবে চিতা নিয়োজিলা।
মৃতক শৰীৰ তুলি অগনি জ্বালিলা ॥
চিতাৰ অগনি পাইলা আকাশৰ কোল।
নাৰীসবে কান্দে আতি কৰি মহাৰোল ॥ ২৮৬৭১
অষ্টাদশ অক্ষৌহিণী নিমিষে দহিলা।
কতো নাৰী স্বামী সঙ্গে সহগামী ভৈলা ॥
দেখি যুধিষ্ঠিৰৰ বিকল আতি মন।
মহাশোকে পৰি ৰাজা কৰয় ক্ৰন্দন ॥ ২৮৬৭২
হা দুৰ্য্যোধন ভাই কি কাৰ্য্য সাধিলা।
মিছা কাৰ্য্যে বিস্তৰ প্ৰাণীক বিনাশিলা ॥
ধৰ্ম্মপথ এৰি পাপ কৰিলা সকল।
নিমিষতে পাইল আৱে অধৰ্ম্মৰ ফল ॥ ২৮৬৭৩
হেনমতে যুধিষ্ঠিৰ কান্দয় অশেষ।
প্ৰবোধ কৰয় দেখি পাচে হৃষীকেশ ॥
বিস্তৰ ক্ৰন্দনে মৃতকৰ নোহে হিত।
হেন জানি সন্তাপক এৰিবে উচিত ॥ ২৮৬৭৪
হৰিৰ মহিমা কোনে বুজিবে শকত।
তান ইচ্ছা যেহেন আচৰে ক্ষণেকত ॥
অনন্তৰে যুধিষ্ঠিৰ আদি যত জন।
গঙ্গাৰ তীৰক সবে কৰিলা গমন ॥ ২৮৬৭৫
সবলোক পাইলা গৈয়া জাহ্নবীৰ তীৰ।
বিধিৱতে প্ৰেতকৰ্ম্ম কৰে যুধিষ্ঠিৰ ॥
নাৰী সকলেয়ো কৰে গঙ্গাজলে স্নান।
মৃতকৰ হিতে তৈতে কৰে নানা দান ॥ ২৮৬৭৬
নিজগুৰু ব্ৰাহ্মণে বোলন্ত বেদবাণী।
আচৰিলা যুধিষ্ঠিৰ মনে দুখ মানি ॥
শত ভাই কৌৰৱৰ কৰিলা তৰ্পণ।
ৰণে মাৰিলেক আৰো যত ৰাজাগণ ॥ ২৮৬৭৭
বিধিৱতে বেদক্ৰিয়া প্ৰত্যেকে কৰিলা।
হেনকালে কুন্তীদেৱী বচন বুলিলা ॥

শুনা বাপু যুধিষ্ঠিৰ বোলোহো বচন।
যাক ৰাধাসুত বুলি নিন্দে সৰ্ব্বজন ॥ ২৮৬৭৮
সেহি কৰ্ণবীৰ হন্ত তযু সহোদৰ।
তাহান তৰ্পণ আৰে কৰিয়ো সত্বৰ ॥
হেন শুনি যুধিষ্ঠিৰে বিস্ময় মানিলা।
কেনে মাতৃ তুমি হেন আশ্চৰ্য্য বুলিলা ॥ ২৮৬৭৯
কেনমতে ভৈল কৰ্ণ তোমাৰ তনয়।
তাক কহি মোৰ মনে ছেদিয়ো সংশয় ॥
যুধিষ্ঠিৰ ৰাজাৰ শুনিয়া হেন বাণী।
কুন্তীদেৱী বুলিলন্ত সমস্ত কাহিনী ॥ ২৮৬৮০
কুমাৰী কালত দুৰ্ব্বাসাত মন্ত্ৰ পাইলো।
তাক পৰীক্ষিবে আদিত্যক আৰাধিলো ॥
তুষ্ট হুয়া সূৰ্য্য তেতিক্ষণে আসি ভৈলা।
তাহাঙ্ক দেখিয়া মোৰ ধাতু উৰি গৈলা ॥ ২৮৬৮১
কিন্তু কি কৰিবো তান কামনা সিজিল।
তাহাৰ ঔৰসে সেহি পুত্ৰ উপজিল ॥
কন্যাকাল দেখি মই বৈলক্ষতা পাইলো।
সম্ফুৰাত ভৰাই তাক জলত পেলাইলো ॥ '৮২
পাচে সুতে পায়া তাঙ্ক কৰিল পালন।
সিকাৰণে খ্যাত ভৈল ৰাধাসুত কৰ্ণ ॥
দুৰ্য্যোধনে নিলা তাক মহাবীৰ জানি।
বুলিলো তোমাত মই পূৰ্ব্বৰ কাহিনী ॥ ২৮৬৮৩
কৰ্ণ তযু জ্যেষ্ঠ ভ্ৰাতৃ বুলি জানিয়োক।
তাৰ প্ৰেতকাৰ্য্য বিধিমতে কৰিয়োক ॥
কুন্তীৰ বচন শুনি ৰাজা যুধিষ্ঠিৰ।
বিস্ময় মানিয়া বহে নয়নৰ নীৰ ॥ ২৮৬৮৪
হৰি হৰি মাৰ কিনো নিদাৰুণ ভৈলা।
কৰ্ণ সহোদৰ বুলি আগে নকহিলা ॥
যদি আগে বুলিলাহা হন্তে ইটো কথা।
তেবে কিকাৰণে হৈবে এনয় অৱস্থা ॥ ২৮৬৮৫
জ্যেষ্ঠ ভাই পিতৃতুল্য বেদৰ বচন।
গুৰুবধ কৰি পাপ সাঞ্চো কি কাৰণ ॥
ভ্ৰাতৃবধী চাণ্ডাল কৰিলো পাপ কৰ্ম্ম।
ইহ পৰকালে মই লভিলো অধৰ্ম্ম ॥ ২৮৬৮৬
হা হা ভাই বুলিয়া কান্দয় পাঞ্চজন।
তুমি হেন বীৰৰ যে চিন্তিলো মৰণ ॥
মোৰ সম পাপী নাই সংসাৰ ভিতৰে।
কুযশ ৰহিল যাৱে চন্দ্ৰ দিবাকৰে ॥ ২৮৬৮৭
পূৰ্ব্বে যদি জানো আমি ইসব কাৰণ।
তেবে কি মৰিব মোৰ ভাই দুৰ্য্যোধন ॥
শত ভাইৰ কিসৰ চিন্তিবো আমি মাৰ।
সিকাৰণে পিতামহ মৰিবে আমাৰ ॥ ২৮৬৮৮
এহিবুলি ৰাজাৰ চেতন নাহি গাত।
কতোবেলি সন্ধুক্ষণ ভৈলা নৰনাথ ॥
কৰযোৰে বুলিলন্ত জননীক মাতি।
তুমিসে কৰিলা মাৰ এনয় দুৰ্গতি ॥ ২৮৬৮৯
প্ৰতিকূল ভৈলা তুমি নুবুলি আমাত।
তুমি নিদাৰুণ আই জানো স্বৰূপত ॥
পূৰ্ব্বে যদি কোৱা তুমি ইসব বচন।
তেবে নাশ যাইবে কেনে জ্ঞাতি গোত্ৰগণ ॥ ২৮৬৯০
তুমি জানি আছা দুৰ্য্যোধনৰ চৰিত্ৰ।
কৰ্ণসমে তাহাৰ প্ৰাণৰ মহামিত্ৰ ॥
ভৃত্য যেন পালি থাকে স্বামীৰ বচন।
কৰ্ণৰো আদেশ তেনে মানে দুৰ্য্যোধন ॥ ২৮৬৯১
কৌৰৱৰ অধিকাৰী কৰ্ণ মহাভাগে।
যুদ্ধ নভৈলাহা হন্তে জানো যদি আগে ॥
ৰাজ্য হেতু বধিলো প্ৰাণৰ সম ভাই।
হৰি হৰি ইটো প্ৰাণ কিসক নযায় ॥ ২৮৬৯২
মোৰ হৃদয়ত ভৈল ইটো মহাতাপ।
নজানি মাৰিলো আমি প্ৰাণৰ দদাক ॥
শুনা আই তুমি যেন দিলা হৃদি তাপ।
তাৰ অনুৰূপ ময়ো দিওঁ আজি শাপ ॥ ২৮৬৯৩
যেন আৰো স্ত্ৰীসবে হেন নকৰিব।
আতি গোপ্য কথা তাকো প্ৰকাশ কৰিব ॥
নথাকিব গুপুত নাৰীৰ উদৰত।
যেনে তেনে কৰিবেক তাহাক বেকত ॥ ২৮৬৯৪
যদি কায়বাক্যে মোৰ ধৰ্ম্মে আছে মন।
তেবে মিছা নহৈবেক মোহোৰ বচন ॥

এহিবুলি যুধিষ্ঠিৰ আকুল কৰন্ত।
কুযশ ৰহিল মোৰ ইটো জগতত ॥ ২৮৬৯৫
ৰাজাৰ দেখিয়া শোক দৈৱকীতনয়।
প্ৰবোধ কৰিলা তাঙ্ক প্ৰভু কৃপাময় ॥
কৃষ্ণৰ বচনে তুষ্ট ভৈলা ধৰ্ম্মৰাজ।
বিধিমতে কৰিলা কৰ্ণৰ প্ৰেতকাজ ॥ ২৮৬৯৬
অনন্তৰে স্নান দান কৰি সৰ্ব্বজনে।
জাহ্নবীৰ তীৰত বসিলা দুখমনে ॥
স্বামীশোকে কান্দে কতো পটেশ্বৰী লোকে।
গান্ধাৰী কান্দয় আতি তনয়ৰ শোকে ॥ ২৮৬৯৭
কান্দে যুধিষ্ঠিৰ ভীম বীৰ ধনঞ্জয়।
শোকত অস্থিৰ দুয়ো মাদ্ৰীৰ তনয় ॥
ধৃতৰাষ্ট্ৰ আদি সবে কৰয় ক্ৰন্দন।
প্ৰবোধ কৰন্ত হৰি দৈৱকীনন্দন ॥ ২৮৬৯৮
কিন্তু একোমতে নোহে শোক নিবাৰণ।
শিবিৰক লাগি সবে কৰিলা গমন ॥
ধৃতৰাষ্ট্ৰ যুধিষ্ঠিৰ আদি সৰ্ব্বজনে।
অনাহাৰে শৰ্ব্বৰী বঞ্চিলা দুখ মনে ॥ ২৮৬৯৯
নিৰাহাৰে তৃতীয় দিবস বহি গৈলা।
নিশাভাগে সৰ্ব্বজনে ফলাহাৰ কৈলা ॥
দিবা নিশি গান্ধাৰী কান্দয় পুত্ৰশোকে।
শতপুত্ৰ আৰে মোৰ গৈলা পৰলোকে ॥ ২৮৭০০
মই অভাগীক গৈলা অনাথিনী কৰি।
আজি ধৰি ভৈল শূন্য হস্তিনা নগৰী ॥
কোৱা হৰি মোহোৰ তনয় সুকুমাৰ।
পুনৰপি দেখা কি পাইবোহো আৰোবাৰ ॥ '০১
যাহাৰ সুন্দৰ মুখ চন্দ্ৰ নোহে সৰি।
হেন পুত্ৰ ভস্ম ভৈল অগনিত পুৰি ॥
নানা অলঙ্কাৰে যাৰ সৰ্ব্বাঙ্গ ভূষিত।
অগৰু চন্দন গাৱে আছিল লিপিত ॥ ২৮৭০২
যিবা ভুঞ্জিছিল ষড়ৰস পঞ্চামৃত।
হেনয় শৰীৰ ছাই ভৈল অগনিত ॥
সপোন সদৃশ দেখো সমস্ত সংসাৰ।
যেন জলবিম্ব ক্ষণিকতে যাই মাৰ ॥ ২৮৭০৩
সুন্দৰ আবাস সব শূন্য হুয়া ৰৈল।
কোৱা হৰি মোৰ শতপুত্ৰ কৈক গৈল ॥
হৰি হৰি প্ৰভু মই কত পাপ কৈলো।
শতপুত্ৰ সবাতো বঞ্চিত মই ভৈলো ॥ ২৮৭০৪
বৃদ্ধকালে কেনে গতি হৈবেক ৰাজাৰ।
কিমতে সহিবো মই শোক অনিবাৰ ॥
কৰিছিলো তনয়ত জল পিণ্ড আশ।
আমাৰ প্ৰাক্তনে সিয়ো ভৈলেক নৈৰাশ ॥ ২৮৭০৫
আমাৰেসে প্ৰতি নিদাৰুণ ভৈল বিধি।
শতপুত্ৰ ভৈল যেন সপোনৰ নিধি ॥
শুন বাপু ভীম তই মোহোৰ বচন।
আৰো কি তোমাক বিষ দিবে দুৰ্য্যোধন ॥ ২৮৭০৬
কোনে আৰো কৰিবেক জৌগৃহ নিৰ্ম্মাণ।
কোনে চিন্তিবেক সদা তোৰ অকল্যাণ ॥
মোৰ ভাই শকুনি গৈলেক পৰলোক।
কোনে আৰো কুবুদ্ধি দিবেক মোৰ পোক ॥ ২৮৭০৭
যুধিষ্ঠিৰ তোমাক ভৈলেক শুভ দশা।
কোনে তযু সঙ্গে আৰো খেলিবেক পাশা ॥
নাহি আৰো শকুনি নাহিকে দুৰ্য্যোধন।
নাহিকে কুবুদ্ধিদাতা কৰ্ণ দুঃশাসন ॥ ২৮৭০৮
সৰ্ব্বভয় নিবাৰিল দৈৱকীনন্দন।
অকণ্টকা কৰি দিল নাশি শত্ৰুগণ ॥
এহি বুলি গান্ধাৰীৰ হৰিল চেতন।
মূৰ্চ্ছা হুয়া মাটিত পৰিল তেতিক্ষণ ॥ ২৮৭০৯
দেখি যুধিষ্ঠিৰ ৰাজা বিকল ভৈলন্ত।
দুইহাতে তেতিক্ষণে তুলি ধৰিলন্ত ॥
অনেক বিনয় ভাৱে বচন বুলিল।
কতোবেলি কুৰুমাৱ চেতন লভিল ॥ ২৮৭১০
চেতন লভিয়া পাচে গান্ধাৰনন্দিনী।
কৈক গৈলা পুত্ৰ বুলি কান্দে মুঠি হানি ॥
নিনিলাহা বিধি মোক পুত্ৰৰ লগতে।
শতপুত্ৰ সন্তাপ সহিবো কোন মতে ॥ ২৮৭১১
এহি বুলি বুকে কৰ হানে ঘনে ঘন।
পাচে সম্বোধিয়া মাতিলন্ত নাৰায়ণ ॥

শুনা শুনা মাৱ শোক নকৰিবা আৰ।
কান্দিলে কি আসিবেক তনয় তোমাৰ ॥ ২৮৭১২
ব্ৰহ্মা শিব প্ৰমুখ্যে আৱৰ যত দেৱ।
জানা স্বৰূপত চিৰজীৱী নোহে কেৱ ॥
তুমি আমি আদি পৃথিৱীৰ যত জন।
দিন কতিপয় থাকি সবে হৈবো ছন্ন ॥ ২৮৭১৩
পদ্মপত্ৰে পানী যেন ক্ষণে বহি যাইব।
শোক পৰিহৰা মাৱ সবেয়ো মৰিব ॥
কান্দিলে বাহুৰে যদি মৰাৰ জীৱন।
তেৱে কান্দি পাইল হন্তে সবে মৃতজন ॥ ২৮৭১৪
এতেকে মোহোৰ বাক্য কৰিয়ো পালন।
সন্তাপ এৰিয়ো জানি বিফল ক্ৰন্দন ॥
জন্ম সময়ত দুৰ্য্যোধনৰ কাহিনী।
বিদুৰে বুলিলা যেন তাক লোৱা মানি ॥ ২৮৭১৫
বৈশম্পায়ন বোলে শুনিয়োক জন্মেজয়।
হেনমতে প্ৰবোধিলা দৈৱকীতনয় ॥
তথাপিতো শোক নুগুচিল একোমতে।
শুনা পাচকথা আৰো বোলোহো প্ৰস্তুতে ॥২৮৭১৬
পাচে যুধিষ্ঠিৰক বুলিলা নাৰায়ণ।
শুনা মহাৰাজ তুমি মোহোৰ বচন ॥
শূন্য হৈল ৰাজপাট হস্তিনা নগৰে।
তাকে লাগি যাইবে সাজু হুয়োক সত্বৰে ॥২৮৭১৭
আজি বহুদিন ভৈল বনত ভ্ৰমণ।
তোমাক নেদেখি দুখী যত প্ৰজাগণ ॥
তুমি ৰাজা হৈলে সমস্তৰে ৰঙ্গ মন।
তোমাত আশায়ে আছে হস্তিনাৰ জন ॥ ২৮৭১৮
অযোধ্যাৰ লোক যেন ৰামত ভকতি।
হস্তিনাৰো প্ৰজা তেনে তোমাতেসে ৰতি ॥
হেন জানি অসন্তোষ এৰা মহাৰাজ।
আপোন নগৰে গৈয়া পালিয়োক ৰাজ ॥ ২৮৭১৯
যদি দয়া স্নেহ আছে প্ৰজাত তোমাৰ।
জাণ্টে গৈয়া লৈয়োক হস্তিনা ৰাজ্যভাৰ ॥
শুনি যুধিষ্ঠিৰ হেন কৃষ্ণৰ বচন।
কৰযোৰে বুলিলন্ত শুনা নাৰায়ণ ॥ ২৮৭২০
নযাওঁ হস্তিনা মোক নকৰা আদেশ।
এহি কুৰুক্ষেত্ৰে কৰিবোহো প্ৰাণ শেষ ॥
দিবা নিশি গান্ধাৰী কান্দিবে পুত্ৰশোকে।
বিধৱা ৰমণীসবে নিন্দিবেক মোকে ॥ ২৮৭২১
উত্তৰাদি আছে যত পতিহীনা নাৰী।
সৰ্ব্বদা কান্দিবে সবে স্বামীক সুমৰি ॥
হেন শোক দেখি কেনে ধৰিবো জীৱন।
মৰণেসে শ্ৰেষ্ঠ মোৰ জানা নাৰায়ণ ॥ ২৮৭২২
অশান্তি সুখত মোৰ নাহি প্ৰয়োজন।
সমাধি ধৰিয়া ঐতে তেজিবো জীৱন ॥
মোৰ সম পাপী নাহি ইটো জগতত।
ৰাজ্য আশে কৰি আছো কৰ্ম্ম গৰিহিত ॥২৮৭২৩
ভীষ্ম পিতামহ মোৰ পিতৃতো গৰিষ্ঠ।
ৰাজ্যক আশায়ে তান চিন্তিলো অনিষ্ট ॥
দ্ৰোণ মহা বিখ্যাত ব্ৰাহ্মণ গুৰুজন।
ৰাজ্যৰ কাৰণে তানো চিন্তিলো মৰণ ॥ ২৮৭২৪
কৰ্ণ জ্যেষ্ঠ ভাই মোৰ পিতৃ সমসৰ।
ৰাজ্য লোভে তাঙ্কো মই মৰাইলো পামৰ ॥
দুৰ্য্যোধন আদি মোৰ শতেক ভৈয়াই।
মৰাইলো ৰণত মই ৰাজ্যৰ আশায় ॥ ২৮৭২৫
সুচাৰু সুবল আতি সুভদ্ৰাৰ সুত।
সুখক বঞ্চিয়া তাকো মৰাইলো ৰণত ॥
বিৰাট দ্ৰুপদ আদি যত বন্ধুগণ।
মোহোৰ নিমিত্তে ভৈল সবাৰো মৰণ ॥ ২৮৭২৬
ৰাজ্যলোভে কৰি আছো সবাকো নিৰ্য্যাণ।
ইসব পাপত কেনমতে পাওঁ ত্ৰাণ ॥
আকে জানি মোক প্ৰভু নুবুলিবা হেন।
ইটো জীৱনত মোৰ নাহি প্ৰয়োজন ॥ ২৮৭২৭
কোন সুখে হস্তিনাত ভুঞ্জিবোহো ৰাজ।
লগত নাহিকে আৰো কুটুম্ব সমাজ ॥
মই মহাপাতকী কৰিলো মন্দকৰ্ম্ম।
ৰাজ্য ভুঞ্জি আউৰ কিয় আৰ্জ্জিবো অধৰ্ম্ম ॥২৮৭২৮
সদায় দেখিবো ধৃতৰাষ্ট্ৰৰ সন্তাপ।
দ্ৰৌপদীয়ো পুত্ৰশোকে কৰিবে বিলাপ ॥

কান্দিবে বিধৱাগণে হা হা স্বামী বুলি।
কৰ্ণ শোকে কুন্তী আই মৰিবেক পুলি ॥২৮৭২৯
ইসব সন্তাপ কেনে হৃদয়ে সহোক।
হেন জানি প্ৰভো মোক ক্ষমা কৰিয়োক ॥
কান্দিবে গান্ধাৰী নিতে পুত্ৰৰ শোকত।
মই কোন সতে তাক দেখিবো আগত ॥২৮৭৩০
ইসব দুখত মোৰ ৰাজ্যে নাহি মন।
জানি হৰি মোক তুমি নোবোলা বচন ॥
অনিত্য সংসাৰ মায়া আত নাহি সুখ।
মিছা আশে কি কাৰণে ভুঞ্জো গৈয়া দুখ ॥২৮৭৩১
ভীম ধনঞ্জয়ক লগত নিয়া হৰি।
দুয়ো ভাইক দিয়ো ৰাজ্য অভিষেক কৰি ॥
শুনা ভীমাৰ্জ্জুন মই বোলো যেন কাজ।
দুই ভাই একেলগে পালিবাহা ৰাজ ॥২৮৭৩২
কনিষ্ঠ দুই ভাইক আতি স্নেহ কৰিবাহা।
চাৰি মিলি ভালমতে ৰাজ্য পালিবাহা ॥
অন্ধকৰ বচন মানিবা যত্ন কৰি।
তেবে ধৰ্ম্ম লভিবাহা জানা নিষ্ঠ কৰি ॥২৮৭৩৩
যেন মতে নিজ মাৰ কুন্তীক মানিবা ॥
ততোধিক গান্ধাৰীৰ চৰণ সেৱিবা ॥
তেবেসে জানিবা বাপ সবাৰো কল্যাণ।
মোহোৰ বচন ভাই নকৰিবা আন ॥২৮৭৩৪
মোতে লাগি জ্ঞাতি বন্ধু সবে ভৈল হত।
ধৰিবোহো ময়ো অবিলম্বে সেহি পথ ॥
এহি বুলি মৌন ভৈলা ধৰ্ম্মৰ তনয়।
হেন দেখি বুলিলন্ত কৃষ্ণ কৃপাময় ॥২৮৭৩৫

---

ছবি

শুনা মহাৰাজ ধৰ্ম্ম সমস্তে বিধিৰ কৰ্ম্ম
তাত অনুশোচ অকাৰণ।
তুমি মহা জ্ঞানী লোক মিছাতে কৰিছা শোক
বোলো যেন শুনিয়ো কাৰণ ॥
কৰ্ম্মৰ লিখন যেন ভুঞ্জিবেক সৰ্ব্বজন
তাক এৰাইবাৰ নাহি শক্য।
হেন জানি এৰি শোক নিজ ৰাজ্য পালিয়োক
দৃঢ় মানি লোৱা মোৰ বাক্য ॥২৮৭৩৬
ভ্ৰাতৃবধ পাপচয় মানিছা মনত ভয়
সিয়ো মিছা স্বৰূপ কৰম।
কাশ্যপ মুনিত জাত ভৈলা ইন্দ্ৰ নামে খ্যাত
আৰো তাতে বলিৰো জনম ॥
পৃথিৱীত ভৈলা ৰাজা বলিদৈত্য মহাতেজা
স্বৰ্গে ভৈলা ইন্দ্ৰ অধিপতি।
পাচে বলি দৈত্যেশ্বৰ দেখি পুৰী বাসৱৰ
নগৰ লৈবাক ভৈলা মতি ॥২৮৭৩৭
সমদলে সাজিলেক স্বৰ্গপুৰে পশিলেক
ইন্দ্ৰসমে বাজিল সমৰ।
কতোকাল ৰণ ভৈল বাসৱক পৰাজিল
বলি লৈলা অমৰ নগৰ ॥
বাসৱৰ সুখ নাহি দণ্ডে যুগ যায় বহি
ভ্ৰমে আতি নানা বেশ ধৰি।
দেখি তান মাৰ পাচে হৰিক আৰাধি আছে
কতো কালে তুষ্ট ভৈলা হৰি ॥২৮৭৩৮
বামন স্বৰূপ ধৰি অদিতিত অৱতৰি
বলিক ছলিলা নাৰায়ণ।
বুদ্ধি বলে পৰাজিলা পাতালত স্থান দিলা
ইন্দ্ৰে ৰাজ্য কৰিলা গ্ৰহণ ॥
ভাই ভাই বিৰোধিলা দুইকো দুই পৰাজিলা
চোৱা পূৰ্ব্বাপৰ হেন নীতি।
তুমি কেনে সি কথাক মনত দিছাহা ঠাই
সংশয় এৰিয়ো মহামতি ॥২৮৭৩৯
ত্ৰিজগতে আছে যত দেৱতা দানৱ যক্ষ
ৰাক্ষস গন্ধৰ্ব্ব দৈত্যগণ।
নাগ নৰ আদি কৰি আপোন সোদৰ মাৰি
ৰাজ্য ভুঞ্জে বহু বহু জন ॥
দেখা যত আছে নাগ গৰুড়ৰ ভ্ৰাতৃ বুলি
জানে জগতত সৰ্ব্বজন।

তথাপি গৰুড়ে পাইলে ভাই বুলি নেৰে তাক
খেদি খেদি কৰয় ভক্ষণ ॥ ২৮৭৪০
ৰাৱণৰ আছিলেক বৈমাত্ৰেয় ভ্ৰাতৃ বৰ
কুবেৰ নামত যক্ষেশ্বৰ।
তাক খেদাই তেতিক্ষণে লঙ্কা নগৰক লৈলা
দশস্কন্ধ ৰাজা ৰাক্ষসৰ ॥
আৰো শুনি আছা তুমি বালী সুগ্ৰীৱৰ নাম
একে সহোদৰ দুয়ো ভাই।
এক প্ৰীতি কাল বঞ্চে কিষ্কিন্ধ্যা নগৰ ভুঞ্জে
দুইহাস্তৰ সুখে কাল যায় ॥ ২৮৭৪১
কতোকাল বহি গৈল দুইভাইৰ কন্দল ভৈল
কহো তাক শুনা মনৰঙ্গে।
মায়াৱী দুন্দুভি নামে আছিল অসুৰ দুই
মহাবীৰ ৰণত অভঙ্গে ॥
একদিনা দুইজন বালীত মাগিল ৰণ
কৰিলা সমৰ বালীৰায়।
দুন্দুভি মৰিল প্ৰাণে মায়াৱন্ত হৰি ৰণে
গহ্বৰত পশিলেক যায় ॥ ২৮৭৪২
অসুৰৰ দেখি ভঙ্গ বালীৰ মনত থঙ্গ
বুলিলা বচন সুগ্ৰীৱক।
ইটো গহ্বৰৰ দ্বাৰ ৰাখিবা যতনে তুমি
যাবে নাসো মাৰি অসুৰক ॥
এহি বুলি বালীৰায় বিবৰে পশিলা যায়
তৈতে বৰিষেক পূৰ্ণ ভৈলা।
বালীক নাসিবে দেখি সুগ্ৰীৱ জানিলা মনে
বালী দাদা নিশ্চয়ে মৰিলা ॥ ২৮৭৪৩
হেন মনে গুণি পাছে ঢাকিয়া সুৰঙ্গ দ্বাৰ
নগৰক লাগি চলি গৈলা।
অনন্তৰে ৰণ জিনি অসুৰক বধি পাচে
কতোকালে বালী আসি ভৈলা ॥
পাত্ৰ মেলেকৰ সঙ্গে সিংহাসনে বসি ৰঙ্গে
ৰাজ্য চৰ্চ্চি আছন্ত সুগ্ৰীৱ।
দেখি তান কাৰ্য্যবালী আতি কোপে গৈলা জ্বলি
খড়্গ ধৰি আগে ভৈল থিয় ॥ ২৮৭৪৪

হাওৰে পাপিষ্ঠ আজি তোক খাণ্ডা হানি কাটো
এহি বুলি সুগ্ৰীৱক ধাইলা।
সুগ্ৰাৱ ডৰিলা আতি আসনৰ হন্তে উঠি
প্ৰাণ ভয়ে লৰৰি পলাইলা ॥
সেহি দিন ধৰি তাৰ দুখৰ নাহিকে ওৰ
বনত ভ্ৰমন্ত দিবা নিশি।
কতোকাল বহি গৈলা বিধি সুপ্ৰসন্ন ভৈলা
শ্ৰীৰাম মিলিলা তৈতে আসি ॥২৮৭৪৫
সুগ্ৰীৱৰ ভৈলা আতি পৰম হৰিষ মতি
লভি ৰাম-লক্ষ্মণৰ লাগ।
ৰামত শৰণ লৈলা দুয়ো মিত্ৰৰতি কৈলা
ৰামেয়ো মানিলা মহাভাগ ॥
কৰি দিব্য ঘোৰ শৰ বালীক বধিলা ৰামে
সুগ্ৰীৱক সুম্পিলা নগৰ।
ৰাজ্য লভি সুগ্ৰীৱৰ হৰিষ মিলিল আতি
সুখে ৰাজ্য পালে নিৰন্তৰ ॥ ২৮৭৪৬
হেনমতে আছে নীতি পূৰ্ব্ব হন্তে জগতত
ভাইক মাৰি স্বৰাজ্য ভুঞ্জয়।
এতেক মনত জানি ভ্ৰাতৃবধ পাপ বুলি
তুমি কিছো নকৰা সংশয় ॥
মোহোৰ বচন পালি উঠা ৰাজা গাৱ চালি
নগৰক কৰিয়ো গমন।
শুনিয়োক সৰ্ব্বজনে হৰি হৰি বোলা ঘনে
তেবে পাইবা বৈকুণ্ঠ ভুৱন ॥ ২৮৭৪৭

---

যুধিষ্ঠিৰৰ প্ৰতি শ্ৰীকৃষ্ণ, ব্যাস, নাৰদাদিৰ উপদেশ দান
আৰু সকলোৰে হস্তিনালৈ গমন

পদ

বৈশম্পায়ন নিগদতি শুনা জন্মেজয়।
বিস্তৰ বুলিলা বাণী দৈৱকীতনয় ॥
তথাপিতো ৰাজাৰ মনত নাহি থাৰি।
পুনৰপি বুলিলন্ত শ্ৰীকৃষ্ণ মুৰাৰি ॥ ২৮৭৪৮

শুনা বোলো মহাৰাজ পাণ্ডুৰ নন্দন।
মোৰ বাক্য পালি তুমি থিৰ কৰা মন॥
কেনে পাসৰিলা ৰাজা পৌৰাণি কথাক।
দুৰ্য্যোধনে যেন দুখ দিলা তোমাসাক॥ ২৮৭৪৯
একবস্ত্ৰী ৰজস্বলা দ্ৰৌপদী আছিল।
চুলে ধৰি দুঃশাসনে আজুৰি আনিল॥
উৰু দেখাইল নৰপতি দুৰ্য্যোধন।
তুমি বনে ভ্ৰমিলা যেহেন দীনজন॥ ২৮৭৫০
তথাপি কৰিছা তুমি অধৰ্ম্মক ভয়।
মোৰ বাক্য মানি ৰাজ্য লৈয়োক নিশ্চয়॥
তুমি ৰাজা ভৈলে হৰ্ষ পাইবে প্ৰজাগণ।
প্ৰজা সমূহৰ পূৰিবাক লাগে মন॥ ২৮৭৫১
এহিমতে কৃষ্ণে বহু বুলিলা বচন।
শুনি যুধিষ্ঠিৰ ৰাজা দিলা সমিধান॥
যতেক বুলিলা প্ৰভু তুমি নাৰায়ণ।
তথাপিতো সন্তোষ নোহয় মোৰ মন॥ ২৮৭৫২
আপোনাৰ দোষে ফল পাইলা দুৰ্য্যোধন।
ধৰ্ম্মত থাকিয়া মোক নকৰে শোভন॥
জ্ঞাতি গোত্ৰ ভাই বন্ধু সবে ভৈল নাশ।
হেন জানি ৰাজ্যে মোৰ নাহি অভিলাষ॥ ২৮৭৫৩
ইসব বচন প্ৰভু আমাত নোশোভে।
অধৰ্ম্ম কৰিবো কেনে ৰাজ্যভোগ লোভে॥
ধন জন ৰাজ্য মানে সবে অকাৰণ।
কৰিবেক কালসৰ্পে সবাকো দংশন॥ ২৮৭৫৪
অল্পকালে আমাৰ জীৱন হৈবে হত।
তেবে কিয় প্ৰবৃত্ত হৈবোহো অধৰ্ম্মত॥
নিৰ্দ্দয় উচিত মোৰ নোহে নাৰায়ণ।
ভীম অৰ্জ্জুনক লৈয়া কৰিয়ো গমন॥ ২৮৭৫৫
এহি বুলি যুধিষ্ঠিৰ মৌন হুয়া ৰৈলা।
পুনৰপি নাৰায়ণে বুলিবাক লৈলা॥
শুনা ধৰ্ম্মৰাজ বোলো তোমাত বচন।
মোৰ বাক্য অৱহেলা কৰা কি কাৰণ॥ ২৮৭৫৬
তুমি ৰাজ্য লৈলে মই হৰিষক পাওঁ।
সিকাৰণে হেন কথা তোমাত বুজাওঁ॥
মোৰ বাক্য ৰাখি তুমি শোক পৰিহৰি।
জান্টে লৈয়ো আপোনাৰ হস্তীনা নগৰী॥ ২৮৭৫৭
ৰাজ্য হেতু তোমাৰ নাছিল যদি মন।
তেন্তে হেন দুখ কৰিলাহা কি কাৰণ॥
পাশা কালে অঙ্গীকাৰ যেহেন আছিল।
তযু ভ্ৰাতৃগণ আৰে তাক সাম্ফলিল॥ ২৮৭৫৮
ৰাজ্য দিবে তোমাত সবাৰো আছে চিত।
সেহি বাঞ্ছিতক তুমি পালিবে উচিত॥
চাৰি ভাইত দয়া যদি আছয় তোমাৰ।
অমান্য নকৰা তুমি বচন আমাৰ॥ ২৮৭৫৯
আৰো যদি সবাৰো মনত দিবা সুখ।
তেন্তে লৈয়ো স্বৰাজ্যক এৰি মন দুখ॥
এহিমতে অনেক বুলিলা দামোদৰ।
দুখমনে অনুমতি দিলা নৃপবৰ॥ ২৮৭৬০
হস্তিনাক যাইবে প্ৰতি কৰিলা আদেশ।
শুনি সমস্তৰে ভৈল মনত হৰিষ॥
নগৰক যাইবে সাজু ভৈলা সৰ্ব্বজন।
হেন দেখি ধৃতৰাষ্ট্ৰ কৰিলা ক্ৰন্দন॥ ২৮৭৬১
হা হা দুৰ্য্যোধন মোৰ প্ৰাণৰ পুতাই।
ঊনশত ভাই সমে থাকা ইটো ঠাই॥
তোমাসাক পৰিহৰি যাওঁ নিজস্থান।
হেন কি সন্তাপ মোৰ সহিবেক প্ৰাণ॥ ২৮৭৬২
পাণ্ডৱে নিলেক ধন জন ৰাজ্যসুখ।
দেশে গৈয়া আমি দেখিবোহো কাৰ মুখ॥
শতপুত্ৰ তেজি মই অভাগ্য পামৰ।
কোন সুখ আশে যাওঁ হস্তিনা নগৰ॥ ২৮৭৬৩
এহি বুলি ধৃতৰাষ্ট্ৰ কৰয় ক্ৰন্দন।
শুনি যুধিষ্ঠিৰ শোকে ভৈলা অচেতন॥
নিঢালে পৰিলা নাহি চেতন সমুলি।
বিস্ময় মানিল সবে প্ৰাণ গৈল বুলি॥ ২৮৭৬৪
দেখি কৃষ্ণে তুলি ধৰিলন্ত তেতিক্ষণ।
কতোবেলি নৰপতি লভিলা চেতন॥
সন্ধুক্ষণ হুয়া ৰাজা বুলিলা বচন।
হে কৃষ্ণ মোৰ দেহে নাহি প্ৰয়োজন॥ ২৮৭৬৫

জ্যেষ্ঠ বাপ কান্দি আছে পুত্ৰ সুমৰিয়া।
নৰয় জীৱন মোৰ সি শোক দেখিয়া ॥
ৰাজ্য লভি কোন সুখ ভুঞ্জিবো তহিতে।
সৰ্ব্বদা কান্দিবে ধৃতৰাষ্ট্ৰ হেনমতে ॥ ২৮৭৬৬
কিতে সমহিবো হেন সন্তাপ দাৰুণ।
বিষময় সুখে মোৰ নাহি প্ৰয়োজন ॥
গান্ধাৰীয়ো সততে কান্দিবে পুত্ৰ বুলি।
কুন্তী আই কৰ্ণশোকে দগধ সমুলি ॥ ২৮৭৬৭
বিৰাটনন্দিনী কান্দিবেক স্বামীশোকে।
পুত্ৰ স্বামী সন্তাপে নিন্দিবে সবে মোকে ॥
হৰি হৰি মই হেন পাতক কৰিলো ॥
ভাই বন্ধু জ্ঞাতি গুৰু সবাকো মাৰিলো ॥ ২৮৭৬৮
পৃথিৱীৰ যত মানে ক্ষত্ৰী ৰাজাগণ।
মই পাতকীৰ হেতু সবাৰো মৰণ ॥
পাপৰ নিস্তাৰ নেদেখোহো ভগৱন্ত।
হৌক প্ৰায়শ্চিত্ত মোৰ প্ৰাণ কৰো অন্ত ॥ ২৮৭৬৯
শিশু হন্তে প্ৰতিপালি তুলিলা আমাক।
বাপ বুলি পাঞ্চভাই জানিলো যাহাক ॥
হেন ভীষ্ম পিতামহ ৰণত পাৰিলো।
শিখণ্ডীক আগে ৰাখি অন্যায়ে মৰাইলো ॥ ২৮৭৭০
ইসব পাপৰ শাস্তি মৰণে উচিত।
ৰাজকাৰ্য্যে নাহি মোৰ কৰি অবিহিত ॥
এহি বুলি যুধিষ্ঠিৰ কৰয় ক্ৰন্দন।
হেন দেখি ব্যাসদেৱে বুলিলা বচন ॥ ২৮৭৭১
শুনিয়োক বাপ তুমি ধৰ্ম্ম যুধিষ্ঠিৰ।
তুমি মহাবিজ্ঞ আতি ধৰ্ম্মাত্মা সুধীৰ ॥
কি কাৰণে কৰা শোক ইতৰৰ নয়।
মৃতকৰ হেতু শোক উচিত নহয় ॥ ২৮৭৭২
উপজিলে সকলোৰে আছয় মৰণ।
তাক এৰাইবাক পাৰে নাহি হেন জন ॥
পদ্মপত্ৰে জল যেন অথিৰ জীৱন।
যেনে তেনে একদিনা মিলিবে মৰণ ॥ ২৮৭৭৩
মহাপঞ্চভূত হোৱে দেহত বিলয়।
কালে লুপ্ত হুয়া ইটো জীৱন তেজয় ॥
অনিত্য শৰীৰ ইটো ক্ষণিক সংসাৰ।
একেতিলে মিলে আসি প্ৰাণীৰ সংহাৰ ॥ ২৮৭৭৪
তুমি কেনে বিষাদ ভাবিছা মহাৰাজ।
সংযোগ বিয়োগ যত দৈৱবেসে কাজ ॥
ইটো ব্ৰহ্মাণ্ডত চিৰঞ্জীৱী লোক নাই।
জানি শুনি আত তযু শোক সুযুৱায় ॥ ২৮৭৭৫
নানা দিব্য ভোগ ভুঞ্জি আছে ৰাজাগণ।
দৰিদ্ৰেয়ো ভিক্ষা মাগি হোৱে প্ৰবৰ্ত্তন ॥
কাল ভৈলে মৃত্যু জানা আছে উভয়ৰে।
সুখী দুখী কালে তাক একো নিবিচাৰে ॥ ২৮৭৭৬
পাপে নমৰয় প্ৰাণী পুণ্যে নিজীৱয়।
কালত মৰণ তাৰ অৱশ্যে মিলয় ॥
কিন্তু সৰ্ব্বশাস্ত্ৰে কহে পুণ্য আচৰিব।
যমৰ যাতনা হন্তে তেহে নিস্তৰিব ॥ ২৮৭৭৭
তাহাৰ প্ৰমাণ চোৱা পাণ্ডুৰ নন্দন।
পূৰ্বে বহু আছিল ধাৰ্ম্মিক ৰাজাগণ ॥
দিলীপ মান্ধাতা হৰিশ্চন্দ্ৰ মহামতি।
ভগীৰথ শিবি আদি অনেক নৃপতি ॥ ২৮৭৭৮
তেহো সলে কৰিছিল নানা পুণ্য দান।
তথাপি কালত ভৈল সবাৰো নিৰ্য্যাণ ॥
চিৰঞ্জীৱী নভৈলেক মহাপুণ্য বলে।
ব্ৰহ্ম ভুৱনতো মৃত্যু মিলিবেক কালে ॥ ২৮৭৭৯
জানা কেহ কাকো মাৰিবাক নপাৰয়।
কৰ্ম্ম অনুসাৰে প্ৰাণী আপুনি মৰয় ॥
মৃগ মীনগণে কাকো হিংসা নছাৰয়।
জলে থাকে মীন মৃগ বনত চৰয় ॥ ২৮৭৮০
তথাপিতো দেখা তাৰ কালত মৰণ।
এতেকে জানিবা সবে কৰ্ম্মৰ লিখন ॥
পাপ পুণ্য কিছো নজানয় শিশুগণ।
তথাপি কালত তাৰ মিলয় মৰণ ॥ ২৮৭৮১
জানিবা নিশ্চয় যত কালবেসে গতি।
আছিল তোমাৰ বাপ পাণ্ডু নৰপতি ॥
তেহো কৈক লাগি গৈল গুণি চোৱা মনে।
হেন কি শুনিছা লোক আছে অমৰণে ॥ ২৮৭৮২

আছিল উপৰি বংশে যত নৃপগণ।
কালপ্ৰাপ্তে ভৈল জানা সবাৰো মৰণ॥
যত দেখা পুত্ৰ ভাৰ্য্যা বন্ধুবৰ্গ লোক।
মিছা মোৰ মোৰ কৰি পাই দুখ শোক॥ ২৮৭৮৩
মৰিলে লগত কাৰো কেহো নযাইব।
সকলো কুটুম্ব মাত্ৰ চাহিয়া থাকিব॥
এতেকে জানিবা ৰাজা কেহো কাৰো নয়।
জীৱন্তে সম্বন্ধ মাত্ৰ জানিবা নিশ্চয়॥ ২৮৭৮৪
নদীৰ বেগত যেন জাজি উটি যায়।
বান্ধৱৰ সমাগম তেনয় পুৰায়॥
তাত জ্ঞানীজনে নকৰয় চিন্তা শোক।
কেৱল মিছাতে কান্দে জ্ঞানহীন লোক॥ ২৮৭৮৫
যেহিদিন ধৰি জীৱ মাতৃ গৰ্ভে স্থিতি।
সেহিদিন হন্তে যম ভৈল অধিপতি॥
দিনে দিনে গণিয়া আছয় আয়ু তাৰ।
কাল পূৰ্ণ ভৈলে তাক কৰিবে সংহাৰ॥ ২৮৭৮৬
যেন দিবা নিশি ঘূৰি আছে সৰ্ব্বকালে।
ষড় ঋতু যেন পৰিবৰ্ত্ত হুয়া চলে॥
জন্ম মৃত্যু প্ৰাণীৰো জানিবা সেহি নয়।
উপজিলে মৃত্যুত্ৰাস সবাৰো আছয়॥ ২৮৭৮৭
দেখি আছা নৰপতি মহাযোগীগণ।
নিৰন্তৰে চিন্তি আছে ঈশ্বৰ চৰণ॥
কাম ক্ৰোধ লোভ আদি ৰিপুত বৰ্জ্জন।
কাৰো হিংসা নাচৰয় হৰিতেসে মন॥ ২৮৭৮৮
একমনে কৃষ্ণত অৰ্পিয়া নিজ প্ৰাণ।
ধ্যান ধৰি চিন্তি আছে অৰণ্যত স্থান॥
তথাপি কালত দেখা মিলিছে মৰণ।
জানিবা নিশ্চয় কেহো নাই অমৰণ॥ ২৮৭৮৯
হেন জানি তুমি ৰাজা চিন্তা নকৰিবা।
আনৰ এৰিয়ো চিন্তা নিজেয়ো মৰিবা॥
এতেকে তেজিয়ো শোক মানিয়া বচন।
আপোন ৰাজ্যক তুমি কৰিয়ো গ্ৰহণ॥ ২৮৭৯০
হেন শুনি যুধিষ্ঠিৰ মনে গুণি আতি।
মৌনে ৰহিলন্ত ৰাজা একোকে নমাতি॥
অনন্তৰে কৃষ্ণক বুলিলা ধনঞ্জয়।
শুনা প্ৰাণ সখি কৃষ্ণ দৈৱকী তনয়॥ ২৮৭৯১
ৰাজ্য হেতু আশা তেজিলন্ত যুধিষ্ঠিৰ।
কিন্তু ভীম দদাৰ মনত নাহি স্থিৰ॥
কিমতে লভিবো ৰাজ্য নেদেখো উপায়।
মিছাতে কৰিলো হেন সমৰ দুৰ্জ্জয়॥ ২৮৭৯২
মিছাতেসে পঞ্চ ভাই বনত ভ্ৰমিলো।
দেশন্তৰী হুয়া নানা ক্লেশক ভুঞ্জিলো॥
দীনজন সদৃশ ফুৰিলো নিৰন্তৰে।
দাসকৰ্ম্ম কৰিলোহো বিৰাট নগৰে॥ ২৮৭৯৩
মিছাতেসে বধিলো সমৰে বহু প্ৰাণী।
নিস্ফল ভৈলেক সবে জানা চক্ৰপাণি॥
বাঞ্ছিত আছিল ৰাজ্য ভুঞ্জিবাক প্ৰতি।
বিঘিনি পাতিল যুধিষ্ঠিৰ নৰপতি॥ ২৮৭৯৪
কিন্তু তযু বিনে প্ৰভু নেদেখো উপায়।
তোমাৰ অসাধ্য সংসাৰত কিছু নাই॥
ৰাজাৰ কৰিয়ো মায়া দূৰ নাৰায়ণ।
যেন ৰাজ্য ভুঞ্জিবে তাহাৰ হোৱে মন॥ ২৮৭৯৫
অৰ্জ্জুনৰ বচন শুনিয়া দামোদৰ।
ভক্তিভাৱে চাপিলন্ত ৰাজাৰ ওচৰ॥
হাতে ধৰি বুলিলন্ত বচন সাদৰি।
শুনা শুনা ৰাজা তুমি মন থিৰ কৰি॥ ২৮৭৯৬
যাৰ যেন মৰণ মিলিল কৰ্ম্মভাগে।
তাত তুমি অনুশোচ কৰিবে নালাগে॥
নকৰা নকৰা ৰাজা শোক অকাৰণ।
কান্দিলেও নপাইবাহা আৰো মৃতজন॥ ২৮৭৯৭
তুমি মহাজ্ঞানী আতি শাস্ত্ৰত নিপুণ।
জানি শুনি মিছা শোক কৰা অকাৰণ॥
কিসক নুশুনা তুমি ব্যাসৰ বচন।
ইতৰ লোকৰ নয় কান্দা কি কাৰণ॥ ২৮৭৯৮
শোকে মন দিলে তাক ৰাজলক্ষ্মী এৰে।
বুদ্ধিক্ষয় আপোনাৰ শ্ৰীহানি কৰে॥
এতেকতে ৰাজা তুমি শোক পৰিহৰা।
আমাৰ বচন পালি সুখে ৰাজ্য কৰা॥ ২৮৭৯৯

হেনমতে কৃষ্ণে বহু বুলিলা ৰাজাক।
পুনৰপি ব্যাসেয়ো বুলিলা নানা বাক ॥
তথাপিতো ৰাজা একো নেদিলা উত্তৰ।
অনন্তৰে বুলিলা নাৰদ মুনিবৰ ॥ ২৮৮০০
শুনা শুনা ৰাজা তুমি অসন্তোষ এৰা।
সজ্জন জনৰ বাক্য অমান্য নকৰা ॥
মৃতকৰ হেতু শোক এৰিয়ো সত্বৰে।
কৰিয়ো গ্ৰহণ ৰাজ্য হস্তিনা নগৰে ॥ ২৮৮০১
সদায় কৰিবা ধৰ্ম্মকথাক শ্ৰৱণ।
তেবেসে হৈবেক তযু শোক নিবাৰণ ॥
জ্ঞাতিবধ পাপ বুলি কৰি আছা ভয়।
আমাৰ বচনে তুমি নকৰা সংশয় ॥ ২৮৮০২
গঙ্গাৰ তনয় ভীষ্মবীৰ মহাজ্ঞানী।
সমস্ত ধৰ্ম্মৰ তত্ত্ব তেহো আছে জানি ॥
মাৰ্কণ্ডেয় মুনিত লভিল মহাজ্ঞান।
তান মুখে ধৰ্ম্মতত্ত্ব কৰিবা শ্ৰৱণ ॥ ২৮৮০৩
তেবেসে গুচিব তযু মনৰ সংশয়।
বুলিলা নিশ্চয় তাক জানা মহাশয় ॥
এবে তুমি কৰা শীঘ্ৰে স্বৰাজ্যে গমন।
বিলম্ব নকৰা আৰে উঠা এতিক্ষণ ॥ ২৮৮০৪
হেনমতে নাৰদে বুলিলা বহু নীত।
শুনি নৰপতি স্থিৰ কৰিলা কিঞ্চিত ॥
এৰাইবে নপাৰি ৰাজা তিনিৰো বচন।
হস্তিনাক যাইবে আদেশিলা তেতিক্ষণ ॥ ২৮৮০৫
শুনি ভাম অৰ্জ্জুনৰ হৰিষ হৃদয়।
আনন্দ লভিলা দুয়ো মাদ্ৰীৰ তনয় ॥
কৃষ্ণৰো মনত আনন্দৰ সীমা নাই।
সাৰথি আনিলা ৰথ হেন চল পাই ॥ ২৮৮০৬
যুযুৎসু সঞ্জয় ধৃতৰাষ্ট্ৰ নৰপতি।
ভীম ধনঞ্জয় কৃষ্ণ সাত্যকি প্ৰভৃতি ॥
কুন্তী সমে যতেক আছিল নাৰীগণ।
সৰ্ব্বজন ৰথত উঠিলা তেতিক্ষণ ॥ ২৮৮০৭
পুত্ৰশোকে গান্ধাৰীৰ বিকল স্বভাৱ।
শতপুত্ৰ সুমৰি কান্দিয়া বোলে মাৱ ॥
থাকা এহি স্থানে বাপু শতেক নন্দন।
তোমাসাক এৰি মই কৰিলো গমন ॥ ২৮৮০৮
নিদাৰুণ বিধাতা স্ৰজিলা কেন কৰি।
অভাগী গৃহক যাওঁ পুত্ৰে পৰিহৰি ॥
কান্দয় গান্ধাৰী সুমৰিয়া কৰ্ম্মভাগে।
সুজান সাৰথি ৰথ ডাকিলন্ত বেগে ॥ ২৮৮০৯
কুৰুক্ষেত্ৰ এৰাই গৈলা কতোদূৰ পথ।
সিংহনাদ কৰে ভীমে পূৰি মনোৰথ ॥
শুনা জন্মেজয় কুৰুকুলৰ নন্দন।
বায়ুসুত ভীম আতি আনন্দে মগন ॥ ২৮৮১০
কৌতুহলে ৰঙ্গে ঢঙ্গে নগৰক যায়।
শুনিয়া গান্ধাৰী শোকে মৃতক পৰায় ॥
অনন্তৰে পাইলা সবে নগৰীৰ কোল।
আনন্দ উৎসৱ আতি উঠে মহাৰোল ॥ ২৮৮১১
নগৰক লাগি দূত আগবাঢ়ি গৈলা।
আসিছে পাণ্ডৱ বুলি লোকত জনাইলা ॥
বাৰ্ত্তা শুনি প্ৰজাৰ সুখৰ নাহি অন্ত।
মৃত শৰীৰত যেন জীৱন পাইলন্ত ॥২৮৮১২
সবে প্ৰজাগণে কৰে লৱৰা লৱৰি।
স্থান পৰিষ্কাৰ হেতু গৈলা ত্বৰা কৰি ॥
নিচুকাই নিৰ্ম্মল কৰিলা ঘাট বাট।
দুৱাৰে দুৱাৰে আৰি দিলা আম্ৰপাত ॥ ২৮৮১৩
কইলা কদলী পদুলিৰ দুইশাৰী।
দিলাহা তথাতে ধূপ দীপ ভৰি পূৰি ॥
শাৰী শাৰী ঘটসব কৰিয়া স্থাপন।
স্থানে স্থানে সিঞ্চি দিলা সুগন্ধি চন্দন ॥ ২৮৮১৪
সুঘ্ৰাণ পুষ্পক আনি কইলা মাজে মাজে।
আগ বাঢ়িবাক গৈলা সকলো সমাজে ॥
বিপ্ৰগণে হাতে লৈলা তুলসী মালাক।
আগ হৈয়া আশীৰ্ব্বাদ দিলন্ত ৰাজাক ॥ ২৮৮১৫
পৰম সন্তোষ পাইলা মনে ৰাজা যত।
সিঞ্চে দুৰ্ব্বাক্ষত সবে ৰাজাৰ শিৰত ॥
নৃপতিক দেখি সুখ মিলিল প্ৰজাৰ।
শুভ শুভ বুলি সবে দিলেক জোকাৰ ॥ ২৮৮১৬

সবে বোলে আমাসাৰ খণ্ডিল ললাট।
এহি বুলি প্ৰজাসবে ছানি যায় বাট ॥
যেন বাপ পোৱে কতোকালে একঠাই।
গুচিল বিয়োগ হৰিষৰ সীমা নাই ॥ ২৮৮১৭
বাদ্য ভণ্ড বাৱে প্ৰজা অশেষ বিশেষ।
শুভক্ষণে ভৈলা ৰাজা নগৰে প্ৰৱেশ ॥
ৰাজ্যে ৰাজা ভৈল যুধিষ্ঠিৰ মহাশয়।
প্ৰজাগণে আনন্দে কৰয় জয় জয় ॥ ২৮৮১৮
এহিমানে স্ত্ৰী পৰ্ব্ব ভৈল সমাপতি।
ৰচিলো পয়াৰ ছন্দ দীন হীনমতি ॥
ভাৰতৰ স্ত্ৰীপৰ্ব্ব অমৃততো সাৰ।
পূৰ্ব্বে ব্যাস মুনি আক কৰিলা প্ৰচাৰ ॥ ২৮৮১৯
ইহাক শুনিলে মহাপাপ যায় নাশ।
গুচয় দুৰ্গতি হোৱে বৈকুণ্ঠত বাস ॥
বোলো কৰযোৰে শুনিয়োক সৰ্ব্বজন।
আতি মূঢ়মতি মই নজানো কথন ॥ ২৮৮২০
নজানো শাস্ত্ৰৰ তত্ত্ব নহওঁ পণ্ডিত।
তথাপি কৰিলো মই পদ বিৰচিত ॥
মোৰ পদ বুলি কেহো নিন্দা নকৰিবা।
হৰিকথা বুলি সাধুজনে আদৰিবা ॥ ২৮৮২১
নমো নমো পৰম পুৰুষ নাৰায়ণ।
অখিল ব্ৰহ্মাণ্ড স্বামী দেৱ নিৰঞ্জন ॥
তুমি ইন্দ্ৰ তুমি সূৰ্য্য তুমি বৈশ্বানৰ।
আকাশ পাতাল তুমি পৰ্ব্বত সাগৰ ॥ ২৮৮২২
তুমি সৰ্ব্ব বিশ্বব্যাপী জগত কাৰণ।
তোমাৰ চৰণে মই পশিলো শৰণ ॥
শৰণাগতক নেৰিবাহা দেৱহৰি।
ৰাখা মোক তোমাৰ দাসৰ দাস কৰি ॥ ২৮৮২৩
মূঢ় ধৰ্ম্মেশ্বৰে প্ৰভু কৰিছো কাকুতি।
দিয়া হৰি তোমাৰ চৰণে মোক ৰতি ॥
তযু চৰণৰ ভৃত্য বুলি কৰা দয়া।
দীনজনে মাগো প্ৰভু ভকতি অমিয়া ॥ ২৮৮২৪
গুচায়োক হৰি মোৰ ভৱৰ আপদ।
তোমাৰ চৰণে মাগো ভকতি সম্পদ ॥
বিধুৰ পিঠিত বসু স্থাপিবা হৰিষে।
তাত পাচে নেত্ৰ আৰো বাণগণ শেষে ॥ ২৮৮২৫
ইটো শাকে শুক্লপক্ষ ভৈল ফাগুনৰ।
দ্বাবিংশ দিবস গত ভাৰ্গৱ বাসৰ ॥
এহি পুথি আজি মই কৰিলোহো শেষ।
দিবা অন্তে সন্ধ্যা আসি কৰিল প্ৰৱেশ ॥ ২৮৮২৬
শুনা সৰ্ব্বজনে ইটো ভাৰতৰ পদ।
ইহাক শুনিলে মহা গুচিব আপদ ॥
বিষ্ণু বৈষ্ণৱৰ কথা ত্ৰৈলোক্যতে সাৰ।
যাক শুনি ভণি লোক তৰয় সংসাৰ ॥ ২৮৮২৭
সাঙ্গে পাঙ্গে শুনা ইটো বৈষ্ণৱৰ কথা।
মুৰ্খৰ বচন বুলি নকৰা অন্যথা।
হেন জানি কৃষ্ণৰ চৰণে দিয়া মন।
সমস্ত শাস্ত্ৰত পাইবা এহিসে বচন ॥ ২৮৮২৮
দিনে দিনে মনুষ্যৰ আয়ু ক্ষয় যায়।
কাল অজগৰে গিলে উমান নপায় ॥
যতে ততে একদিনা মিলিবে মৰণ।
যমৰ পুৰীক লাগি নিবে দূতগণ ॥ ২৮৮২৯
যমৰ নগৰে শাস্তি ভুঞ্জাইবেক আতি।
হেন জানি হৰিৰ চৰণে দিয়া ৰতি ॥
মূঢ় ধৰ্ম্মেশ্বৰে কহে স্থিৰ কৰি মন।
ৰাম ৰাম বুলি কৰা বৈকুণ্ঠে গমন ॥ ২৮৮৩০

স্ত্ৰী পৰ্ব্ব সমাপ্ত

# অসমীয়া মহাভাৰত

## শান্তি পৰ্ব্ব

---

মঙ্গলাচৰণ

পদ

জয় জয় জগত জীৱন কৃষ্ণদেৱ ।
ব্ৰহ্মা হৰ আদি দেৱগণে কৰে সেৱ ॥
অন্তৰ্য্যামী ৰূপে হৰি থাকা জগতত ।
ধ্যান ধৰি যোগীয়ে চিন্তন্ত হৃদয়ত ॥ ২৮৮৩১
নমো নমো দৈৱকীনন্দন দেৱ হৰি ।
মহা মহা পাপীগণো তৰে যাক স্মৰি ॥
একে ব্ৰহ্মে তিনি মূৰ্ত্তি ধৰি ভিনে ভিন ।
স্ৰজন পালন প্ৰভু কৰা সংহাৰণ ॥ ২৮৮৩২
নৰৰূপে ভৈলা পৃথিৱীত অৱতাৰ ।
দুষ্টক দণ্ডিয়া খণ্ডিলাহা ভূমিভাৰ ॥
পাণ্ডৱৰ লগে ভৈলা আপুনি সহায় ।
অৰ্জ্জুনৰ সাৰথি ভৈলাহা যদুৰায় ॥ ২৮৮৩৩
হেন কৃষ্ণ পদত সদায়ে কৰি নতি ।
চৰণে প্ৰণাম কৰো দেৱী সৰস্বতী ॥
শুভাশুভ বাক্যৰ কাৰণ বীণাপাণি ।
পশিলো শৰণে কৃপা কৰিয়ো গোসানী ॥ ২৮৮৩৪
গুৰুৰ চৰণ মনে কৰি শিৰোগত ।
ইষ্টদেৱ চৰণক ধৰি হৃদয়ত ॥
জ্ঞানৰ বৰ্জ্জিত মই অল্পমতি জন ।
তভো কৃষ্ণ চৰিত্ৰ বৰ্ণাইবে ভৈল মন ॥ ২৮৮৩৫
মহাভাৰতৰ শান্তি পৰ্ব অন্তৰ্গত ।
ৰাজধৰ্ম্ম নাম যাৰ প্ৰধান শাস্ত্ৰত ॥
পদবন্ধে নানাছন্দে কৰিবো নিবন্ধ ।
ইহাৰ শ্ৰৱণে পাতেকৰ ছিণ্ডে কন্ধ ॥ ২৮৮৩৬
শুনি ক্ষমা কৰিয়োক যত সাধুজন ।
হঠাতে নোবোলা মোক নিন্দিত বচন ॥
সৰ্ব্বকালে মহন্তৰ ক্ষমাসে উচিত ।
যদি বালকৰ দোষ থাকয় বহুত ॥ ২৮৮৩৭
তাক আচ্ছাদন কৰি গুণক বখানে ।
অল্প গুণ ভৈলে তাক বহু কৰি মানে ॥
যদি দুষ্টে প্ৰশংসা কৰয় সৰ্ব্বক্ষণ ।
তাহাত নাহিকে কিছো মোৰ প্ৰয়োজন ॥ ২৮৮৩৮
নিন্দা কৰিলেও তাত কিছো হানি নাই ।
যেন কাকে ৰটিয়া থাকয় সৰ্ব্বদায় ॥
হেন জানি শুনা সবে ভাৰত চৰিত্ৰ ।
ৰাজধৰ্ম্ম কথা ইটো পৰম পৱিত্ৰ ॥ ২৮৮৩৯
জন্মেজয়ে পুছে পাচে বৈশম্পায়নত ।
পিতামহগণে যুদ্ধ কৰি সমাপত ॥

কোন কোন কৰ্ম্ম সিটো কৰিলা সম্প্ৰতি।
কহা মুনিৰাজ শুনিবাক যায় মতি ॥ ২৮৮৪০
ধন্য ধন্য ৰাজা বুলি প্ৰশংসা কৰিলা।
ক্ৰিয়মাণ কথাক কহিবে সাজ ভৈলা ॥

যুধিষ্ঠিৰৰ শোক প্ৰকাশ আৰু ব্যাসদেৱৰ সান্ত্বনা দান

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
তযু পিতামহ সবে কি কৰিলা তয় ॥ ২৮৮৪১
ঘোৰ সমৰত বন্ধুগণ ক্ষৰি হত।
নানাদেশী ৰাজাগণ বধিলা সমস্ত ॥
যতেক বধিলা সৈন্য লেখা জোখা নাই।
তাৰ শোকে বিহ্বল ভৈলেক ধৰ্ম্মৰায় ॥ ২৮৮৪২
কুন্তীয়ে কৰয় শোক আৰো চাৰি ভাই।
মহাশোকে দুখে কাৰো নাযায় মুপুহায় ॥
পাচে ব্যাস মুনিত কহন্ত ধৰ্ম্মৰাজ।
কৰিলোহো মই জানা বহুত অকাৰ্য্য ॥২৮৮৪৩
পুত্ৰ অভিমন্যু মোৰ দায়াৰ তনয়।
দ্ৰৌপদীৰ পাঞ্চ পুত্ৰ আতি শোভনয় ॥
ধৃষ্টদ্যুম্ন বিৰাট দ্ৰুপদ মহাহিত।
বসুসেন ধৃষ্টকেতু আৰৰ সহিত ॥ ২৮৮৪৪
ইসব প্ৰমুখ্যে ৰাজা আছে যত যত।
ৰাজ্যৰ নিমিত্তে যুদ্ধে কৰিলোহো হত ॥
জ্ঞাতিক বধিলো সবে কুল ভৈল ছন্ন।
শোকত আতুৰ ভৈলো বিকলিত মন ॥ ২৮৮৪৫
ভীষ্মক দেখাহা মোৰ পিতামহ গুটি।
ছোট হন্তে তাহাৰ কোলান্ত লুটি ঘুটি ॥
আতি স্নেহে উমলিয়া থাকো সৰ্ব্বক্ষণে।
আত্মপুত্ৰ সম কৰি মানে তান মনে ॥ ২৮৮৪৬
পিতৃহীন দেখি সদা কৰে প্ৰতিপাল।
মই মহাপাতকী ভৈলোহো তান কাল ॥

অৰণ্যৰ মাজে যিটো থাকে বৃদ্ধ সিংহ।
নৰৰ মধ্যত তেনে সিংহ পিতামহ ॥ ২৮৮৪৭
ইঙ্গিতো নকৰে যিটো অৰ্জ্জুনৰ বাণ।
শিখণ্ডীক দেখিয়া হোৱয় কম্পমান ॥
জমদগ্নিসুত পশুৰাম মহাবীৰ।
পিতামহ সমে দুয়ো কৰিলা সমৰ ॥ ২৮৮৪৮
কুৰুক্ষেত্ৰ মধ্যে যুদ্ধ ভৈলা ভয়ঙ্কৰ।
যেন যুদ্ধ ভৈলা তাৰ নাহি পটন্তৰ ॥
সপ্ত দিন সপ্ত ৰাত্ৰি সমৰ কৰিলা।
দাৰুণ সংগ্ৰামে পশুৰামক ভঙ্গাইলা ॥ ২৮৮৪৯
আৰো বাৰাণসী স্থানে সুনীল অম্বৰ।
কন্যা অভিলাষে গৈলা গঙ্গাৰ কুমৰ ॥
অসংখ্য নৃপতি আসি আছে সেহি ঠাই।
কন্যাক লভিবো বুলি আছে বাট চাই ॥ ২৮৮৫০
সেহি কন্যা পিতামহে আনিলেক হৰি।
দেখি সবে নৃপতি ধাইলেক ধনু ধৰি ॥
দাৰুণ সমৰে পাচে সবাকো ভঙ্গাইলা।
একেশ্বৰে কন্যা লৈয়া নগৰে পশিলা ॥ ২৮৮৫১
স্বয়ঙ্গে মৃত্যুক জিনি আছে মহাভাগ।
অৰ্জ্জুনে বধিলা শিখণ্ডীক কৰি আগ ॥
অৰ্জ্জুনৰ শৰে গাৱ কৰে জৰ্জ্জৰিত।
ভূমিত পৰিয়া আছে ৰুধিৰে লেপিত ॥ ২৮৮৫২
এহিমতে গৈয়া মই দেখিলো যেখনে।
মোৰ গাৱে জুই বিষ উঠিল তেখনে ॥
শিশুকাল হন্তে তুলি আছয় বঢ়াই।
পিতৃ যেন পুত্ৰক ৰাখন্ত সৰ্ব্বদায় ॥ ২৮৮৫৩
হেন পিতামহক বধিয়া ঘোৰ ৰণে।
জানা মুনিৰাজ মই জীওঁ কি কাৰণে ॥
আৰো কহো দ্বৈপায়ন কথা গুৰুতৰ।
যি বেলাত দ্ৰোণ সমে মিলিল সমৰ ॥ ২৮৮৫৪

পঞ্চম দিনৰ যুদ্ধ দেখি লাগে ভয়।
উভয় কটক কাৰো নাহি ভঙ্গ জয় ॥
অশ্বত্থামা নামে হস্তী পৰিল ৰণত।
ৰৰ ৰোল উঠিলেক পাণ্ডৱ দলত ॥ ২৮৮৫৫
অশ্বত্থামা হত্ত বুলি নাচে ঠাৱে ঠাৱে।
বিপক্ষি দোতোৰা কেহো মৃদঙ্গ বজাৱে ॥
আত্মপুত্ৰ হত বুলি শুনি গুৰু দ্ৰোণে।
পুত্ৰশোকে তাহান বিকল কৰে মনে ॥ ২৮৮৫৬
কিবা সঞ্চা কিবা মিছা নাহিকে প্ৰত্যয়।
কাহাত পুছিয়া আৰ কৰিবো নিশ্চয় ॥
অন্যত পুছিলে সঞ্চা নকৈবেক এথা।
যুধিষ্ঠিৰে মোহোত নকহে মিছা কথা ॥ ২৮৮৫৭
এহি বুলি গুৰু আইলা মোহোৰ নিকট।
পুছিলাহা ইটো কথা কৰিয়া প্ৰকট ॥
শুনা মোৰ বাক্য যুধিষ্ঠিৰ ধৰ্ম্মৰাজা।
অশ্বত্থামা হত দশোদিশে ঘোষে প্ৰজা ॥ ২৮৮৫৮
তাক শুনি মোৰ মনে লাগিল বিস্ময়।
এতেকে তোমাৰ স্থানে আসিলোহো মই ॥
স্বৰূপ কৰিয়া মোত কহিয়ো কাহিনী।
মহা সত্য ধৰ্ম্মৱন্ত তুমি মহামানী ॥ ২৮৮৫৯
যেতিক্ষণে ইটো কথা পুছিলে আমাত।
মোহোৰ গাৱত যেন ভৈল বজ্ৰপাত ॥
জানা মুনিৰাজ মই অকাৰ্য্য কৰিলো।
ধৰ্ম্ম-কৱচক মই দুৰ কৰি থৈলো ॥ ২৮৮৬০
স্বৰূপত অশ্বত্থামা গজ ভৈলা হত।
তাক অন্তৰায়া কৈলো গুৰুৰ আগত ॥
মিছা কথা কহি মই গুৰু কৈলো বধ।
সেই দিনা ধৰি মোৰ শৰীৰ দগধ ॥ ২৮৮৬১
দুষ্কৰ্ম্ম কৰিয়া মই যাইবো কোন লোক।
দিবা ৰাত্ৰি পীড়া কৰে মোৰ এহি শোক ॥
কৰ্ণক দেখাহা যিটো মোৰ জ্যেষ্ঠ জন।
একে উদৰতে আমি সবে উতপন ॥ ২৮৮৬২
পৰম প্ৰচণ্ড বীৰ নাহি সৰিবৰি।
কদাচিতো যুদ্ধত নকৰে পাচভৰি ॥
হেনয় কৰ্ণক মই কৰাইলো নিধন।
মোত কৰি পাপী কেহো নাহি একোজন ॥২৮৮৬৩
শুনা পিতামহ মই ৰাজ্যক আশাই।
অভিমন্যু কুমাৰক যুদ্ধক পঠাই ॥
সিংহৰ সমান পৰাক্ৰমী বলৱন্ত।
দ্ৰোণ সেনা মধ্যে গৈয়া ভৈলা সিয়ো হত ॥২৮৮৬৪
সেহি দিনা ধৰি তাৰ শোকে প্ৰাণ যায়।
অৰ্জ্জুনৰ মুখ ভয়ে চাহন নযায় ॥
যেন ব্ৰহ্মবধী জনে পাপৰ কাৰণে।
মুখ দেখাইবাক নপাৰয় শিষ্টজনে ॥ ২৮৮৬৫
ময়ো সেহিমতে জানা কৃষ্ণৰ আগত।
দেখাইবে নপাৰো মুখ সেহিসে ভয়ত ॥
দ্ৰৌপদীক দেখি মোৰ সদা লাগে শোক।
তেহোৰ পাঞ্চ পুত্ৰ মৰি গৈল পৰলোক ॥ ২৮৮৬৬
দেখা পাঞ্চ পুত্ৰে হীন ভৈলা মহাসতী।
পাঞ্চ পৰ্ব্বতেৰে হীন যেন বসুমতী ॥
ইমত কৰিয়া মই কেনে প্ৰাণ ধৰো।
কৰি অন্বেষণ ইটো শৰীৰক এৰো ॥ ২৮৮৬৭
কদাচিতো অন্নক নখাইবো জানা মই।
ইটো প্ৰিয় শৰীৰক এৰিবো নিশ্চয় ॥
এতেকে তোমাৰ পাৱে কৰো নমস্কাৰ।
দিলোহো বিদায় যাবা সুখে আপুনাৰ ॥ ২৮৮৬৮
সকলে জানোক মই ছাড়োহো জীৱন।
তোমাৰ আগত কৈলো স্বৰূপ বচন ॥
বৈশম্পায়ন বোলে কথা শুনা নৰেশ্বৰ।
বন্ধু শোকে আকুল ভৈলেক যুধিষ্ঠিৰ ॥ ২৮৮৬৯

ব্যাসে দেখে ৰাজা মৰিবাক কৰে মন।
নমৰা বুলিয়া পাচে বুলিলা বচন ॥
ব্যাস নিগদতি যুধিষ্ঠিৰ মহীপাল।
তুমি যি বুলিছা ইটো কথা নহে ভাল ॥ ২৮৮৭০
একবাৰ কহিলোহো নুপজিল জ্ঞান।
কহো পুনৰ্ব্বাৰ ৰাজা কৰা অৱধান ॥
যত প্ৰাণীগণ জন্মি আছে সংসাৰত।
জীৱে মানে সম্ভোগ মৰিলে হোৱে অন্ত ॥ ২৮৮৭১
জল বুদবুদ যেন হোৱে এক ঠাই।
ক্ষণ মাত্ৰ থাকি পাচে তাতে মাৰ যায় ॥
হেনয় জানিবা বান্ধৱৰ সম্মিলন।
কহিলো তোমাত ইটো স্বৰূপ বচন ॥ ২৮৮৭২
সুখৰ উদয় ভৈলে দুখ দূৰে যায়।
দুখ ভৈলে অৱশ্যেকে থাকয় অপায় ॥
কাৰ্য্যদক্ষ ভৈলে তাৰ নাহিকে আলস।
শ্ৰী-লজ্জা ধৈৰ্য্য কীৰ্ত্তি তাহাতে নিবাস ॥ ২৮৮৭৩
হেন জানি যুধিষ্ঠিৰ মোৰ বোল ধৰা।
বিধিৰ বিধান তুমি সদায়ে আচৰা ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
জ্ঞাতিশোকে তাপিত ভৈলেক যুধিষ্ঠিৰ ॥ ২৮৮৭৪
সিটো শোক গুচাইবাৰ কৰি অভিমত।
ইতিহাস কহিলাহা সত্যৱতীসুত ॥
ব্যাস নিগদতি শুনা ধৰ্ম্মৰ নন্দন।
পুৰাতন কথা কহো আত দিয়া মন ॥ ২৮৮৭৫
জনক নৃপতি বসি আছয় শোকত।
অশ্বক ব্ৰাহ্মণ আসি ভৈলা উপগত ॥
জনকে পুছয় কথা কৰিয়া বিনয়।
তুমি গুৰু গুচায়োক মনৰ সংশয় ॥ ২৮৮৭৬
জ্ঞাতিবধ নৰ যদি হোৱে আগমন।
বিনাশত দুখ কিবা কহিয়ো কাৰণ ॥

হেন শুনি অশ্বকে দিলেক প্ৰত্যুত্তৰ।
যি পুছিলা সকলে কহিবো নৰেশ্বৰ ॥ ২৮৮৭৭
যেতিক্ষণে মনুষ্য সকলে ভৈলা জাত।
তেতিক্ষণে সুখে দুখে কৰিলে আবৃত ॥
ঐশ্বৰ্য্য ভৈলেক তাৰ হৰাৱে চেতনা।
দুখৰ জানিবা তাৰ সেহিসে বেদনা ॥ ২৮৮৭৮
আকাশত মেঘগণ থাকে নিৰন্তৰ।
যেন বায়ু পাই তাক কৰয় অন্তৰ ॥
সেহিমতে সুখে দুখে হৰাৱে চেষ্টাক।
তোমাৰ আগত কহিলোহো সত্য বাক ॥ ২৮৮৭৯
জন্ম ধৰি আছো মই জানা সদকুলে।
যেহি আজ্ঞা কৰো সিদ্ধি হোৱে একে তিলে ॥
মোত কৰি সিদ্ধ আন জন কেহো নাই।
এহি গৰ্ব্ব কৰি সিটো থাকন্ত সদায় ॥ ২৮৮৮০
পিতৃ পিতামহৰ ঐশ্বৰ্য্য যত যত।
তাক এৰি হোৱে সিটো পৰম দুখিত ॥
পৰদ্ৰব্য আগ্ৰহ কৰয় সৰ্ব্বদায়।
মনে মনে বোলে মোত কৰি সাধু নাই ॥ ২৮৮৮১
এৰিলেক মৰ্য্যাদাক জানা সেহি জন।
সদ অসদৰ দ্ৰব্য কৰয় গ্ৰহণ ॥
ব্যাধে যেহিমতে পশুগণ পীড়া কৰে।
তাকো সেহিমতে নৃপতিয়ে পীড়া কৰে ॥ ২৮৮৮২
জৰা মৃত্যু এহি দুই থাকয় প্ৰাণীত।
ইহাক এৰাইবে নপাৰয় কদাচিত ॥
দুখী সুখী আৰো জানা নৃপতি বহুত।
জৰা মৃত্যু দুয়ো ক্ৰমে প্ৰৱৰ্ত্তে সতত ॥ ২৮৮৮৩
জৰা মৃত্যু স্মৰিয়া ভয়ত প্ৰাণ যায়।
বাবল কুকুৰে যেন মাংস ছিণ্ডি খায় ॥
সাগৰ পৰ্য্যন্তে যদি পৃথিৱী জিনয়।
তভো জৰা মৃত্যুক জিনিবে নপাৰয় ॥ ২৮৮৮৪

সুখকেসে বাঞ্ছা কৰে সদায়ে মনুষ্যে।
অকস্মাতে দুখ আসি মিলয় অৱশ্যে ॥
প্ৰথম বয়সে কিবা আসি মধ্যমত।
সুখ দুখ আসি কিবা মিলয় শেষত ॥ ২৮৮৮৫
জানিবা নৃপতি আক এৰাইতে নপাৰে।
কৰ্ম্মবশে আসিয়া মিলয় সাৰে সাৰে ॥
ইষ্টৰ আলাপে হোৱে অৰ্থ বহুতৰ।
দুষ্টৰ আলাপে হোৱে দোষৰ ভাণ্ডাৰ ॥ ২৮৮৮৬
কালৰ বিচিত্ৰ গতি কহন নযায়।
কহিবো তোমাত সাৰ বুজা অভিপ্ৰায় ॥
ধন্বন্তৰী সম কতো থাকে বৈদ্যচয়।
তাহাৰো শৰীৰে বহু ব্যাধিয়ে পীড়য় ॥ ২৮৮৮৭
সৈন্য সমে বলবন্ত দেখি বুজা যায়।
তাহাৰো শৰীৰে কৰাতৰ বল নাই ॥
হৰয় শ্ৰীমন্ত জন অৰ্থ বহুতৰ।
সিয়ো নপুংসক ভোগ নাহিকে বিস্তৰ ॥ ২৮৮৮৮
সদকুলে জন্ম পৰাক্ৰমী ৰূপৱন্ত।
ভোগ ভুঞ্জিবাক পাৰে হৱে ভাগ্যৱন্ত ॥
এহি পাঞ্চ গুণ তুমি জানা মহাশয়।
পূৰ্ব্ব জন্মে তপস্যাৰ ফলেসে লভয় ॥ ২৮৮৮৯
বিধিৰ বিচিত্ৰ চেষ্টা দেখা মহাৰায়।
বহু অৰ্থ হৰে বাঞ্ছে তভো পুত্ৰ নাই ॥
দৰিদ্ৰ জনৰ বাঞ্ছা দেখিয়ো বিচিত্ৰ।
নকৰয় বাঞ্ছা কিছো হৱে বহু পুত্ৰ ॥ ২৮৮৯০
বিধিৰ গতিক নজানয় একো জনা।
কতো সুখী হৱে কাকো কৰে বিড়ম্বনা ॥
শ্ৰীমন্তৰ ঘৰে জন্ম ধৰে যিটো জন।
খাইবে নপাৰয় হৱে অল্পতে মৰণ ॥ ২৮৮৯১
দৰিদ্ৰে কাষ্ঠক যদি কৰয় ভক্ষণ।
সিয়ো জীৰ্ণ যায় শত বৰ্ষেক জীৱন ॥

মূঢ় জনে মানে সৰ্ব্ব কাৰ্য্য কৰে সেই।
বিশেষত জানিবাহা কালেসে কৰয় ॥ ২৮৮৯২
শীত উষ্ণ যেহিমতে আসিয়া ঘটয়।
সুখৰো দুখৰো ৰাজা জানা সেহি নয় ॥
জৰা ৰোগ আসি যাত ভৈল উপস্থিত।
মৰণ আসিয়া যাৰ চাপিল সন্নিত ॥ ২৮৮৯৩
পাঠ হোম জপ আৰো ঔষধ বহুত।
জৰা মৃত্যু খণ্ডাইতে নপাৰে কদাচিত ॥
আৰো কহো শুনা বন্ধু জনৰ প্ৰমাণ।
যেন দুই কাষ্ঠ জলে হৱে এক থান ॥ ২৮৮৯৪
জলৰ বেগত যেনমতে অন্তৰয়।
বন্ধু বান্ধৱৰ ৰাজা জানা সেহি নয় ॥
পথতে চলন্তে প্ৰাণীগণ নিৰন্তৰে।
ৰাত্ৰি ভৈলে সবে মিলি থাকে একে ঘৰে ॥২৮৮৯৫
প্ৰভাত ভৈলেক যেন দশো দিশে যাই।
বন্ধু বান্ধৱৰ জানা সেহিসে পৰায় ॥
পিতৃ মাতৃ পুত্ৰ ভাৰ্য্যা দেখা যত মান।
সমস্তকে কালে আনি কৰে এক থান ॥ ২৮৮৯৬
মুহূৰ্ত্তেক মানে সবাহাঙ্কে কৰে ছাই।
কালৰ আগত কেহো নাহিকে ৰৰাই ॥
এহিটো সংসাৰ দেখা গহীন সাগৰ।
তাতে জৰা মৃত্যু গ্ৰাহ ভৈলেক ডাঙ্গৰ ॥ ২৮৮৯৭
সৰু সৰু মৎস্য তাত ভৈলা প্ৰাণীচয়।
মহাৰঙ্গে সেহি গ্ৰাহে ধৰিয়া ভুঞ্জয় ॥
দেখা মহাৰাজ বৈদ্য আছে যত যত।
আয়ুৰ্ব্বেদ অধ্যয়ন কৰয় সতত ॥ ২৮৮৯৮
বেদ অধ্যয়ন কৰে যজ্ঞ অসংখ্যাত।
তপস্যা কৰয় কত ভুঞ্জি পকা পাত ॥
দান ধৰ্ম্ম অসংখ্যাত সদায় আচৰে।
তভো জৰা মৃত্যু কেহো সাৰিতে নপাৰে ॥২৮৮৯৯

সমুদ্ৰৰ ঢেউ যেন নিবাৰন্তা নাই।
জৰা মৃত্যু দুহাস্তৰো তেনয় বিলাই ॥
শুনিয়োঁ জনক ৰাজা ইহাৰ প্ৰমাণ।
তযু পিতৃ পিতামহ গৈল কোন থান ॥ ২৮৯০০
জীৱন থাকয় মানে সকলে আমাৰ।
মৰিলে মাত্ৰকে জানা কেহো নোহে কাৰ ॥
স্বৰ্গ নৰ্ক থানক সম্প্ৰতি কোন নৰে।
দেখিছো বুলিয়া কেহো কহিতে নপাৰে ॥ ২৮৯০১
আগমাদি শাস্ত্ৰ চক্ষু সন্তসকলৰ।
এতেকে নৃপতি তুমি শাস্ত্ৰৰ আচৰ ॥
ৰাজাৰ ধৰ্ম্মক কিছো কহিবো ৰাজন।
সদায়ে ধৰ্ম্মত নৃপে কৰিবেক মন ॥ ২৮৯০২
দান পুণ্য যজ্ঞচয় কৰিবে নৃপতি।
তাৰ কীৰ্ত্তি দশোদিশে যাইবেক সম্প্ৰতি ॥
এহি যেবে বাক্যচয় শুনি অশ্বকৰ।
তেতিক্ষণে শোক দূৰ ভৈল জনকৰ ॥ ২৮৯০৩
দণ্ডৱত কৰি প্ৰিয় বুলিলা বচন।
সভা বিসৰ্জ্জিয়া গৈল আপুন ভৱন ॥
যুধিষ্ঠিৰ আগে ব্যাস মুনি নিগদতি।
অশ্বকৰ বাক্যে যেন জনক নৃপতি ॥ ২৮৯০৪
শোক দুখ এৰি মন ভৈলেক প্ৰসন্ন।
সেহিমতে শোক ছাড়ি কৰা স্বস্থ মন ॥
ক্ষত্ৰিয়ৰ ধৰ্ম্মে বসুমতী আছা পাই।
গোত্ৰহত্যা পাতেকত কিছো দোষ নাই ॥২৮৯০৫
পিতৃ পিতামহৰ স্বভাৱ ধৰ্ম্ম ধৰা।
পৰম আনন্দে ইটো ৰাজ্য ভোগ কৰা ॥
বৈশম্পায়ন বদতি শুনিয়োঁ জন্মেজয়।
ব্যাসৰ বচনে যুধিষ্ঠিৰ মহাশয় ॥ ২৮৯০৬
কিছো নুবুলিয়া ৰাজা মৌন হুয়া ৰৈলা।
দেখি ধনঞ্জয়ে পাচে কৃষ্ণক বুলিলা ॥
অৰ্জ্জুন বদতি আৰে শুনিয়োঁ মাধৱ।
জ্ঞাতিশোকে ধৰ্ম্মৰাজা বিকল স্বভাৱ ॥ ২৮৯০৭
এতেকতে সখি তুমি মোৰ বোল ধৰা।
আশ্বাসি ৰাজাক সবে দুখ দূৰ কৰা ॥
বৈশম্পায়নে বোলে শুনা পৰীক্ষিত সুত।
অৰ্জ্জুনৰ বাক্যে পাচে দেৱ যে অচ্যুত ॥ ২৮৯০৮
পৰম সুন্দৰ মুখ যেন জ্বলে শশী।
চক্ষু দুই জ্বলে যেন কমলৰ পাসি ॥
দশন পঙ্কতি নিন্দে মুকুতাৰ পান্তি।
মুখে অল্প অল্প হাস্য সদায়ে শোভন্তি ॥ ২৮৯০৯
হেনয় প্ৰকাৰে পাচে প্ৰভু দেৱ হৰি।
বুলিলা বচন নৃপতিৰ হাতে ধৰি ॥
এৰিয়োক শোক তুমি ধৰ্ম্ম যুধিষ্ঠিৰ।
শোকে জানা পুৰুষৰ শোষয় শৰীৰ ॥ ২৮৯১০
ৰণৰ মধ্যত যিবা জন ভৈলা হত।
তাক পাইবো বুলি যেন নানিবা মনত ॥
স্বপ্নত পুৰুষে লভে নানা ৰত্ন ধন।
চেতনা লভিলে তাক পাৱে কোন জন ॥ ২৮৯১১
ৰণে পৰি যিটো জনে এৰিলে শৰীৰ।
তাহাৰ বুজিবা ৰাজা সেহি পটন্তৰ ॥
যত বীৰগণ তুমি বধিলা ৰণত।
মহা বলৱন্ত অস্ত্ৰশস্ত্ৰত পাৰ্গত ॥ ২৮৯১২
পৰম সুন্দৰ ৰণ ধৰণী শুহায়।
সমুখে সমৰ কৰি পাচভৰি নাই ॥
আতি পৰাক্ৰমী বেদ শাস্ত্ৰত পাৰ্গত।
এৰিলে শৰীৰ সবে সমৰ ভূমিত ॥ ২৮৯১৩
সবে অস্ত্ৰ হত হুয়া পাইলা স্বৰ্গলোক।
সিসবক প্ৰতি ৰাজা সুযুৰাই শোক ॥
গোবিন্দ বদতি দাদা শুনা কুন্তীসুত।
কহো ইতিহাস এক তোমাত প্ৰস্তুত ॥ ২৮৯১৪

পুত্ৰশোকে শৃঞ্জয় বিকল ভৈলা যথা।
নাৰদে আসিয়া বুলিলেক যিটো কথা ॥
সিসব তোমাত মই কহিবো কাহিনী।
শোক এৰি শ্ৰদ্ধা ভাবে শুনা মহামানী ॥ ২৮৯১৫
নাৰদ বদতি কথা শুনিয়ো শৃঞ্জয়।
সুখ দুখ কৰ্ম্মফলে সবাতে মিলয় ॥
তুমি আমি আদি কৰি যত প্ৰাণীগণ।
অৱশ্যে জানিবা আছে সবাৰে মৰণ ॥ ২৮৯১৬
আপুনিয়ো যদি মৰি যাইবা পৰলোক।
পুত্ৰৰ নিমিত্তে কেনে কৰা ইটো শোক ॥
পুৰাতন কথা এক কহিবো তোমাত।
যাহাক শুনিলে ফল হোৱে অসংখ্যাত ॥ ২৮৯১৭
যত ক্ৰূৰ গ্ৰহ সিয়ো হোৱয় প্ৰসন্ন।
জানা পুৰুষৰ আয়ু কৰয় বৰ্দ্ধন ॥
পৃথিৱীত শ্ৰেষ্ঠ ৰাজা যতেক আছয়।
হৰে শোক দূৰ সিয়ো ৰাজা বশ্য হয় ॥ ২৮৯১৮
পৰীক্ষিত সুত ৰাজা আছিল মৰুত।
যাৰ সম শ্ৰেষ্ঠ ৰাজা নাই পৃথিৱীত ॥
নামত সম্বৰ্ত্ত আছিলেক পুৰোহিত।
বেদ বেদান্তৰ তত্ত্ব সকলে জানন্ত ॥ ২৮৯১৯
সবাতো পাৰ্গত নানা মন্ত্ৰণা জানয়।
বৃহস্পতি গুৰু যাৰ সম নুহিকয় ॥
তান সমে যজ্ঞ ৰাজা কৰয় বহুত।
যাহাৰ যজ্ঞত ব্ৰহ্মা আসি উপস্থিত ॥ ২৮৯২০
বিশ্বদেৱগণ আসি হোৱে সভাসদ।
মৰুগণে বেষ্টন কৰয় অবিচ্ছেদ ॥
ইন্দ্ৰ আদি দেৱগণ আসয় যজ্ঞক।
বৃহস্পতি সমে গ্ৰহ আসয় প্ৰত্যেক ॥ ২৮৯২১
তাহান যজ্ঞত সবে সুবৰ্ণৰ পাত্ৰ।
ৰজতৰ পাত্ৰ কিঞ্চিত্তেকো নাহি মাত্ৰ ॥
যজ্ঞ অবসানে মন পূৰি দেয় দান।
নুহি সুপুজিৰ ৰাজা তাহান সমান ॥ ২৮৯২২
ধৰ্ম্ম অৰ্থ কাম মোক্ষ বৰ্গ চতুষ্টয়।
ইহাকেসে পুণ্যে জিনিলেক মহাশয় ॥
স্বধৰ্ম্মত প্ৰতিপাল কৰয় প্ৰজাক।
কৃষি নকৰন্তে শস্য হোৱয় অনেক ॥ ২৮৯২৩
হেনয় নৃপতি মৰি গৈল পৰলোক।
অকাৰণে শৃঞ্জয় কৰাহা পুত্ৰশোক ॥
আৰো এক কথা কহো শুনিয়ো শৃঞ্জয়।
অতিথি ৰাজাৰ প্ৰিয় সুহ্দত্ৰ বোলয় ॥ ২৮৯২৪
পৰম বৈষ্ণৱ ৰাজা গুণৰ সাগৰ।
যাৰ দেশে সুখে প্ৰজা থাকে নিৰন্তৰ ॥
বৰ্ষে বৰ্ষে ইন্দ্ৰে বৰিষয় ৰত্নচয়।
পৰম আনন্দে ধৰে প্ৰাণী সমস্তয় ॥ ২৮৯২৫
শস্য ভৈলা নাশ সবে জানা পৃথিৱীৰ।
নাহিকে শৃঞ্জয় কৈতো হেন নৰেশ্বৰ ॥
যাহাৰ দিনত দেখা নদী সমস্তয়।
সুবৰ্ণ সকলে তেহে সদায়ে বহয় ॥ ২৮৯২৬
কচ্ছপ কৰ্কট শিশু কুম্ভীৰ মকৰ।
নদীত পেলাৱে ইন্দ্ৰ ইসব স্বৰ্গৰ ॥
মৎস্য যে কচ্ছপ যত জন্তু সুবৰ্ণৰ।
তাহাক যে আনিয়া মৰুত নৰেশ্বৰ ॥ ২৮৯২৭
কুৰু যে জঙ্গল দেশ ভৈল ৰত্নময়।
যজ্ঞ কৰি সেহি স্বৰ্ণ বিপ্ৰে সমৰ্পয় ॥
অপ্ৰয়াসে চাৰি বৰ্গ কৰিলেক সিদ্ধি।
প্ৰজাৰ মনত সেহি ৰাজা নবনিধি ॥ ২৮৯২৮
হেন ৰাজা মৰিয়া গৈলেক যমালয়।
অকাৰণে পুত্ৰশোক কৰাহা শৃঞ্জয় ॥
শুনিয়ো শৃঞ্জয় আৰো অপৰ কাহিনী।
অঙ্গ নামে ৰাজা আছিলেক মহামানী ॥ ২৮৯২৯

বাছি বাছি মদমত্ত লক্ষ গজচয় ।
ৰঙ্গে যজ্ঞ যজিয়া বিপ্ৰত সমৰ্পয় ॥
লক্ষেক ঘোটক উচ্চৈশ্ৰবাৰ সমান ।
সুবৰ্ণে মণ্ডিয়া ব্ৰাহ্মণক দেই দান ॥ ২৮৯৩০
এক লক্ষ বৃষভক আনিয়া চপাই ।
সুবৰ্ণৰ অলঙ্কাৰে মণ্ডি সৰ্ব্ব কায় ॥
আতি পয়স্বিনী জানা সহস্ৰেক ধেনু ।
সুবৰ্ণৰ অলঙ্কাৰে মণ্ডিলেক পুনু ॥ ২৮৯৩১
বিষ্ণুৰ পদত যজ্ঞ কৰি অৱসান ।
আত্ম পুৰোহিত আনি কৰিলেক দান ॥
সি থানে আসিলা ইন্দ্ৰ আদি দেৱগণ ।
ৰঙ্গে সোমলতাৰস কৰিলেক পান ॥ ২৮৯৩২
গন্ধৰ্ব্ব কিন্নৰ আৰো যত নৰগণ ।
বেদ পৰগামী জানা অসংখ্য ব্ৰাহ্মণ ॥
ইসবক মনপূৰি দিলেক দক্ষিণা ।
শত যজ্ঞ পূৰ্ব্বে যজিলেক সেহি জনা ॥ ২৮৯৩৩
আগেয়ো নভৈল হেন ৰাজা একো জন ।
সম্প্ৰতিয়ো তেনে ৰাজা নোহে উতপন্ন ॥
হেনয় নৃপতি মৰি গৈল যমস্থান ।
শুনিয়ো শৃঞ্জয় শোক কৰা অকাৰণ ॥ ২৮৯৩৪
শুনিয়োক নৰনাৰী কথা বিতোপন ।
পাপ দুৰ হৌক কৰা ইহাৰ শ্ৰৱণ ॥
শ্ৰদ্ধাভাৱে শুনে যিটো কথা ভাৰতৰ ।
গঙ্গা আদি তীৰ্থে স্নান কৰিলে সি নৰ ॥ ২৮৯৩৫
গঙ্গাৰ তীৰত শত ধেনু কৰে দান ।
সিয়ো পুণ্য নোহে জানা ইহাৰ সমান ॥
হেন জানি ভাৰতক শুনা সাৱহিতে ।
আপুনি তৰিবা কোটি পুৰুষে সহিতে ॥ ২৮৯৩৬
ভাৰত শ্ৰৱণে যিটো কৰে অন্য মন ।
মহাপাপী হুয়া নৰ্কে কৰয় গমন ॥
আলাস এৰিয়া আক শুনা প্ৰাণীচয় ।
মনমল গুচিয়া কৃষ্ণত ভক্তি হয় ॥ ২৮৯৩৭
হৰি তুষ্ট ভৈলে অপ্ৰয়াসে সাধে গতি ।
এৰি ভাষভুষ কৰা কৃষ্ণত ভকতি ।
হেন জানি কৃষ্ণৰ চৰণে কৰা সাৰ ।
বোলা হৰি হৰি হৌক পুৰুষ উদ্ধাৰ ॥ ২৮৯৩৮

নাৰদৰ দ্বাৰা শিবি, ভৰত, ৰামচন্দ্ৰ, মান্ধাতা আদি ৰজাৰ বিবৰণ কথন

**দুলড়ী**

পাচে দেৱঋষি কহন্ত হৰিষি
শুনিয়ো ৰাজা শৃঞ্জয় ।
উশীনৰপতি দেশৰ নৃপতি
নামত শিবি বোলয় ॥
ইটো বসুমতী জানিবা সম্প্ৰতি
যাহাৰ অধীন ভৈলা ।
ৰথৰ চক্ৰৰ শব্দ গুৰুতৰ
পৃথিৱী সবে পূৰিলা ॥ ২৮৯৩৯
একে ৰথে চৰি ইটো বসুন্ধৰী
জিনিয়া লৈলেক কৰ ।
মহা চক্ৰবৰ্ত্তী নৃপতি সম্প্ৰতি
কেহো নাহি পটন্তৰ ॥
দেখা অৰণ্যত পশু আছে যত
তাহাৰ সংখ্যা সমান ।
তত মান ধেনু যজ্ঞক যজিয়া
ব্ৰাহ্মণক দিলা দান ॥ ২৮৯৪০
যাহাৰ সমান অন্য ৰাজাগণ
সম নাহি পৃথিৱীত ।
ইন্দ্ৰৰ সমান বল পৰাক্ৰম
প্ৰজাৰ সাধয় হিত ॥
হেন নৰেশ্বৰ গৈলা যমঘৰ
জানাহা তুমি শৃঞ্জয় ।
দান যজ্ঞ নাই তোমাৰ পুত্ৰৰ
তাত শোক নঘটয় ॥ ২৮৯৪১

দুষ্মন্তৰ পুত্ৰ নামত ভৰত
শকুন্তলা মাতৃ যাৰ।
তাহান চৰিত্ৰ শুনিয়ো শৃঞ্জয়
কহিবো তোমাত আৰ॥
ভৰত সমান নাহি ৰাজা আন
অসংখ্য ধন বহুত।
অশ্বমেধ দশ শত যজিলেক
ৰাজসূয় এক শত॥ ২৮৯৪২
ভৰতৰ হেন মহত কৰ্ম্মক
দেখিয়া যত ভূপতি।
বাহুবলে কেহো সমতা হৈবাৰ
নভৈল কাৰো শকতি॥
জানাহা শৃঞ্জয় সিয়ো যমালয়
গৈল জানা নৃপবৰ।
কিছো গুণ নাই তোমাৰ পুত্ৰৰ
বৃথা শোক দূৰ কৰ॥ ২৮৯৪৩
দাশৰথী ৰাম গুণে অনুপাম
অযোধ্যাৰ অধিপতি।
আত্মা-পুত্ৰ সম প্ৰজাক পালয়
জানে সবে ৰাজনীতি॥
যাহাৰ দেশত নাহিকে অনাথ
বিধবা নাহিকে আৰ।
ৰামে পিতা মাতা ৰামে গতিদাতা
মনত সবে প্ৰজাৰ॥ ২৮৯৪৪
কালে মেঘচয় বৃষ্টিক কৰয়
শস্যে পূৰ্ণ বসুমতী।
দেখা প্ৰাণীচয় সৰ্ব্ব সুখময়
ছুৰ্ভিক্ষ ভৈল সম্প্ৰতি॥
অকালত মৃত্যু নাহিকে প্ৰজাৰ
নাহি অগ্নি ব্যাধি ভয়।
সহস্ৰ বৎসৰ আয়ু যে প্ৰজাৰ
বহুত পুত্ৰ জন্ময়॥ ২৮৯৪৫
পৰস্পৰে কাৰো নাহিকে বিবাদ
সদায় ধৰ্ম্ম আচৰে।
আনন্দতে মগ্ন জানা সৰ্ব্বজন
নিৰ্ভয়ে প্ৰজাটি ফুৰে॥
বহু ধন জন সত্য যে বচন
সদায়ে ব্ৰত আচৰে।
বৃক্ষ লতাগণ দেখি সুশোভন
ভাগে যেন ফলভৰে॥ ২৮৯৪৬
বায়ুৰে সুভুঞ্জে শাৰী শাৰী ৰঞ্জে
দেখিতে আতি শোভন।
যত প্ৰজাগণ প্ৰসন্ন বদন
দুগ্ধৱতী ধেনুগণ॥
পিতৃৰ আদেশ ধৰি ধৈৰ্য্য বৰ্ষ
খপিলন্ত বনবাস।
ধৰি ধনুশৰ কৰিয়া সমৰ
ৰাক্ষস কৰিলা হত॥ ২৮৯৪৭
দশ অশ্বমেধ যজ্ঞক কৰিলা
ৰাম ৰঘু ৰংশধৰ।
আতি মনোহৰ শ্যাম কলেৱৰ
মুখ যেন শশধৰ॥
আজানুলম্বিত বাহু সুবলিত
সিংহবন্ধ কটি কন্ধ।
আৰকত বৰ্ণ নয়ন যুগল
শৰীৰ মাতঙ্গ বন্ধ॥ ২৮৯৪৮
এঘাৰ হাজাৰ বৰ্ষ নিৰন্তৰ
ৰাজ্য ভোগ কৰিলন্ত।
হেন ৰঘুপতি মৰিলা সম্প্ৰতি
কেনে কৰা পুত্ৰশোক॥
ভগীৰথ নামে আছিল নৃপতি
যাৰ সম নাহি আন।
যাহাৰ যজ্ঞত ইন্দ্ৰ আদি দেৱে
কৰে সোমলতা পান॥ ২৮৯৪৯
একৈক যজ্ঞত দক্ষিণা যিমত
শুনন্তে লাগয় ভয়।
দশ লক্ষ কন্যা ৰূপে গুণে ধন্যা
অলঙ্কাৰ হেমময়॥

একো একো কন্যা একৈক ৰথত
তাতে ঘোৰা চতুষ্টয় ।
প্ৰতি ৰথে ৰথে শতেক দন্তাল
শৰীৰ সুবৰ্ণময় ॥ ২৮৯৫০
প্ৰত্যেক হস্তীত ঘোঁৰা সহস্ৰেক
নিয়োজিয়া নৰপতি ।
প্ৰতি অশ্বে অশ্বে গৰু সহস্ৰেক
অজৰো সেহিসে নীতি ॥
ব্ৰাহ্মণত আনি কৰে সমৰ্পণ
জানা ৰাজা সেহি জনা ।
গঙ্গাৰ তীৰত কৰে যজ্ঞ যত
দিৱয় ভূৰি দক্ষিণা ॥ ২৮৯৫১
তিনি লোক ব্যাপি আছে গঙ্গাদেৱী
ভৈলেক যাৰ দুহিতা ।
হেন ভগীৰথ গৈলা যমপথ
তুমি কেনে কৰা চিন্তা ॥
আছিল দিলীপ সপ্ত দ্বীপেশ্বৰ
তাৰ কথা শুনা পাচে ।
দান যজ্ঞ যাৰ অসংখ্য আচৰে
বিপ্ৰসবে কহি আছে ॥ ২৮৯৫২
ইটো বসুমতী সুবৰ্ণে সহিতি
যজ্ঞ কৰি অৱসান ।
হুয়া সমাহিত জানা বিধিৱত
ব্ৰাহ্মণক দিলা দান ॥
প্ৰতি যজ্ঞে যজ্ঞে সুবৰ্ণে মণ্ডিয়া
সহস্ৰ গজক আনি ।
আত্ম-পুৰোহিত আনিয়া ত্বৰিত
দান কৰে মহামানী ॥ ২৮৯৫৩
ইন্দ্ৰ আদি দেৱ সকলে আসিয়া
ভাৰসা কৰে যাহাত ।
বিশেষ যজ্ঞৰ জানা সুবৰ্ণৰ
জপ কৰে অসংখ্যাত ॥
যূপৰ গৃহত গন্ধৰ্ব্ব অনেক
আসিয়া কৰয় গান ।
বীণা ধৰি কৰে গাৱে উচ্চৈস্বৰে
হুয়া আতি সাৱধান ॥ ২৮৯৫৪
নাচে অপেস্বৰা নানা ভঙ্গিভাবে
বিভাবসু বাদ্য বাৱে ।
বিভা যে বসুক প্ৰশংসা কৰয়
ঘোষে প্ৰজা ঠায়ে ঠায়ে ॥
হেন দিলীপৰ সম নৰেশ্বৰ
নাহিকয় একোজন ।
যাৰ হস্তীচয় দেখি স্বৰ্ণময়
ফুৰয় কৰি গমন ॥ ২৮৯৫৫
পৰম বৈষ্ণৱ নৃপতি শেখৰ
দেখিলে পাপ হৰয় ।
কামনা কৰয় যিটো দেখা কৰে
সিসবে স্বৰ্গ জিনয় ॥
যিটো নৃপতিৰ গৃহত ডাঙৰ
সদা উঠে তিনি স্বৰ ।
বিপ্ৰে পঢ়ে বেদ ধনুৰ সম্বাদ
দেহ দেহ শব্দ ৰৱ ॥ ২৮৯৫৬
নৃপতি শেখৰ গৈল যমঘৰ
আনৰ কিবা সংশয় ।
তোমাৰ পুত্ৰক মিছা কৰা শোক
ভাবিয়া চাবা শৃঞ্জয় ॥
আৰো এক কথা শুনিয়ো নৃপতি
কহিবোহো মান্ধাতাৰ ।
যেনমতে সিটো ভৈলা উতপন্ন
সকলে কহিবো আৰ ॥ ২৮৯৫৭
যুৱনাশ্ব ৰাজা পুত্ৰ অভিলাষে
যজ্ঞক ৰঙ্গে যজিলা ।
পুত্ৰ অভিষেক কৰি দধি ঘৃত
ঋষিয়ে নিয়মি থৈলা ॥
শুনিয়ো শৃঞ্জয় পাচে যেন ভৈলা
সকলে কহো তোমাত ।
ব্ৰতক লঙ্ঘনে নৃপতি তেখনে
ভৈল বৰ তৃষাৰ্দিত ॥ ২৮৯৫৮

বোলে কিবা পাইবো কিসক ভুঞ্জিবো
সমূলি বিকল ভৈলা।
ৰাজা নজানিয়া সেহি দধি ঘৃত
ক্ষুধাত আনি ভুঞ্জিলা॥
তাহাক ভুঞ্জিয়া তৃপিতি লভিয়া
কাহাতো ভাঙ্গি নকৈলা।
তাক ঋষিগণে বিচাৰি নপায়া
ঈশ্বৰক সাক্ষী দিলা॥ ২৮৯৫৯
পাচে নৃপতিৰ গৰ্ভৰ লক্ষণ
সম্প্ৰতি ধৰিলা আসি।
দিনে দিনে বৃদ্ধি ভৈলেক বালক
পিতৃৰ গৰ্ভত পশি॥
পাচে কুক্ষি ফুটি ওলাইল বালক
দেখি আছে দেৱচয়।
পিতৃৰ কোলাত শুতিয়া থাকয়
আহাৰ নাহি নিশ্চয়॥ ২৮৯৬০
তাক দেখি দেৱে বোলে অন্যোঅন্যে
শিশু খাইবে কাৰ স্তন।
হেনয় বচন শুনিয়া দেৱৰ
পাচে দেৱ ভগৱান॥
বোলে মোক পান কৰোক বালকে
চাপিয়া গৈয়া ওচৰে।
এহি হেতু তান নামেসে মান্ধাতা
থৈলা দেৱ পুৰন্দৰে॥ ২৮৯৬১
মান্ধাতা শিশুৰ মুখে পুৰন্দৰ
তৰ্জ্জনী আঙ্গুলি দিলা।
চপ চপ কৰি জিহ্বায়ে চুম্পিল
তাহাতে ক্ষীৰ স্ৰৱিলা॥
সেহি ক্ষীৰ পানে জানা সেহি দিনে
মান্ধাতা ভৈলা ডাঙ্গৰ।
হস্ত বাৰ খান দেখিতে সুঠান
দেৱ যেন পটন্তৰ॥ ২৮৯৬২
বাৰ দিবসত নৃপতি ভৈলন্ত
সপ্ত দ্বীপা পৃথিৱীৰ।
অস্ত্ৰশস্ত্ৰ যত জানয় সমস্ত
যুদ্ধে যেন পুৰন্দৰ॥
আঙ্গাৰ মৰুত গজ যে অস্তিত
বৃহদ্ৰথ আৰো অঙ্গ।
ইসব নৃপতি সমৰে সম্প্ৰতি
মান্ধাতা কৰাইলা ভঙ্গ॥ ২৮৯৬৩
আৰো যি কালত আঙ্গাৰে সহিতে
মান্ধাতা কৰিলা ৰণে।
শুনি দেৱগণে ধনুৰ সম্বাদ
গৌৰৱ মানিলা মনে॥
দেখা সূৰ্য্য যৈত হোৱন্ত উদিত
যি থানত যায় অস্ত।
এহিটো পৰ্য্যন্তে জানা মান্ধাতাৰ
অধীন ভৈল সমস্ত॥ ২৮৯৬৪
অশ্বমেধ যজ্ঞ যজিলা শতেক
ৰাজসূয় একশত।
দক্ষিণা যিমত দিলন্ত যজ্ঞত
শুনন্তে লাগয় ভীত॥
ৰোহিত মৎস্যক সাজি সুবৰ্ণৰ
উচ্ছ্ৰিত এক যোজন।
প্ৰস্থে কৰি দশ যোজন প্ৰমাণ
দিলা আনি বিপ্ৰগণ॥ ২৮৯৬৫
লভিয়া আনন্দ বিপ্ৰে আশীৰ্ব্বাদ
কৰিলন্ত কুতূহলে।
যিবা অৱশিষ্ট থাকিল তাহাৰ
সকলে বিৰৰ্ত্তি নিলে॥
হেন নৃপগণ যমৰ সদন
গৈল দেখা মৰি মৰি।
কেনে অকাৰণে শোক কৰা মনে
স্বস্থ হোৱা বিষ্ণু স্মৰি॥ ২৮৯৬৬
নমোহো অচ্যুত দৈৱকীৰ সুত
নমো দেৱ সনাতন।
কায়-বাক্য-মনে পশিলো শৰণে
কৃপা কৰা নাৰায়ণ॥

সংসাৰ সাগৰ পৰম গম্ভীৰ
ঢউ উঠে নানামত।
উৰ্ম্মিৰ আন্দোল কৰে টলবল
চমক লাগে হৃদিত ॥ ২৮৯৬৭
সংসাৰৰো ভাৱ দেখি কাম্পে গাৱ
ভয়ে মোৰ ধাতু যাই।
সদা মোৰ চিন্তা নেদেখো তাৰন্তা
তুমি বিনে নাই নাই ॥
এতেকেসে নাথ নকৰা অনাথ
কেৱলে পতিতু আমি।
পাপত বুৰিলো সংসাৰে মজিলো
উদ্ধাৰ কৰিয়ো স্বামী ॥ ২৮৯৬৮
দ্বিজ লক্ষ্মীনাথ বোলে নাহি পথ
কেৱলে কৃষ্ণত পৰে।
বোলা ৰাম জয় পাপ যাউক ক্ষয়
সমজ্যাৰ যত নৰে ॥ ২৮৯৬৯

---

শৃঞ্জয়ৰ আগত নাৰদৰ যযাতি, অম্বৰীষ, গয়, ৰন্তিদেৱ, সগৰ, বেণ, পৃথু আদি ৰজাৰ আখ্যান কথন

পদ

শুনিয়ো শৃঞ্জয় তুমি কথা আতপৰ।
কহিবোহো আখ্যান যযাতি নৃপতিৰ ॥
যিটো নৃপতিয়ে সপ্তদ্বীপা বসুমতী।
বাহুবলে জিনি আৰে ভৈলেক নৃপতি ॥ ২৮৯৭০
সহস্ৰ যজিলা ক্ৰতু বাজপেয় শত।
তিনিখান উছৰ্গিলা কাঞ্চন পৰ্ব্বত ॥
পুৰন্দৰ সমে সবে দেৱক তুষিলা।
পৰ্ব্বত বিৱৰ্ত্তি পাচে ব্ৰাহ্মণক দিলা ॥ ২৮৯৭১
সপ্তদ্বীপা বসুমতী জানাহা লীলাই।
প্ৰদক্ষিণ কৰিলা যযাতি মহাৰায় ॥
যৈসানি মিলিলা যুদ্ধ দেৱ দানৱৰ।
দেৱতাৰ অৰ্থে ৰাজা কৰিলা সমৰ ॥ ২৮৯৭২
নিগুটি কৰিয়া দৈত্য দানৱ বধিলা।
ৰঙ্গে আসি আপুনাৰ ৰাজ্যক ভুঞ্জিলা ॥
পুত্ৰক আনিয়া পাচে ৰাজ্য সমৰ্পিলা।
ভাৰ্য্যায়ে সহিতে ৰাজা অৰণ্যে চলিলা ॥ ২৮৯৭৩
শুনিয়ো শৃঞ্জয় আৰে ৰাজাৰ চৰিত্ৰ।
অম্বৰীষ ৰাজা যিটো নাভাগৰ সুত ॥
পৰম বৈষ্ণৱ ৰাজা ত্ৰিজগতে জানে।
মহাধৰ্ম্মী ৰাজা বুলি প্ৰজায় বখানে ॥ ২৮৯৭৪
সহস্ৰ যজ্ঞক যজ্ঞা লক্ষেক নৃপতি।
সেহি যজ্ঞে যত ধৰ্ম্ম কৰিলা ভূপতি ॥
এক অম্বৰীষে কৰিলেক ততমান।
ব্ৰাহ্মণৰ মন পূৰি কৰিলেক দান ॥ ২৮৯৭৫
পূৰ্ব্বেয়ো নাছিলা হেন আচৰন্তা কৰ্ম্ম।
সম্প্ৰতিয়ো কোনে হেন আচৰিবে ধৰ্ম্ম ॥
অশ্বমেধৰ যে দুই লক্ষেক নৃপতি।
তাহান যজ্ঞত গৈয়া ভৈলেক সঙ্গতি ॥ ২৮৯৭৬
আৰো কহো কথা অসবিন্দ নৃপতিৰ।
শুনিয়ো শৃঞ্জয় তুমি মন কৰি থিৰ ॥
বলে পৰাক্ৰমে ৰাজা তান সম নাই।
লক্ষেক ভাৰ্য্যাক বিহাইলেক মহাৰায় ॥ ২৮৯৭৭
দশ দশ পুত্ৰ ভৈলা একৈক ভাৰ্য্যাত।
একো পুত্ৰ কন্যা বিহাইলেক একশত ॥
এক পুত্ৰবধূ সঙ্গে একশত দাসী।
পৰিচৰ্য্যা কৰি সদা থাকন্ত উপাসি ॥ ২৮৯৭৮
শুনিয়োক আৰো যেন যজ্ঞৰ দক্ষিণা।
তাহাক গণনা কৰিবেক কোন জনা ॥
একশত কন্যা ৰত্নে শৰীৰ মণ্ডিয়া।
স্বৰ্ণময় বস্ত্ৰ শৰীৰত আছে দিয়া ॥ ২৮৯৭৯
একশত ৰথ আৰো গজ একশত।
প্ৰতি ৰথে ঘোৰা শত সুৱৰ্ণে মণ্ডিত ॥

একৈক ঘোটকে গৰু দিয়া একশত।
অজৰ শতেক দিলা গৰু একৈকত ॥ ২৮৯৮০
একৈক কন্যাৰ লগে যায় এতমান।
এহিমতে ব্ৰাহ্মণগণক কৰে দান ॥
প্ৰতি অশ্বমেধ এহিমতে কৰে দান।
বৰ্ষে বৰ্ষে কৰে যজ্ঞ সহস্ৰ প্ৰমাণ ॥ ২৮৯৮১
গয় নামে আছিলেক নৃপতি প্ৰধান।
জানা শৃঞ্জয় তাৰো কহিবো আখ্যান ॥
শতেক বৎসৰ মানে কৰাইলা হৱন।
তাৰ অৱশিষ্ট মাত্ৰ কৰয় ভোজন ॥ ২৮৯৮২
তুষ্ট হুয়া বহ্নি বোলে ৰাজা লোৱা বৰ।
ৰাজা বোলে দিয়া বৰ মন ৰুচিকৰ ॥
এহি বুলি ৰাজা মাগিলেক বৰচয়।
সৰ্ব্বকালে মোৰ ধন হৌক যে অক্ষয় ॥ ২৮৯৮৩
ব্ৰাহ্মণক দিওঁ মানে যেন নোহে ক্ষয়।
এহি এক বৰ মোক দিয়োক নিশ্চয় ॥
দ্বিতীয় বৰক মাগো শুনা হুতাশন।
সদায়ে ধৰ্ম্মত শ্ৰদ্ধা হৌক মোৰ মন ॥ ২৮৯৮৪
তৃতীয় বৰক আৰে শুনিয়ো সম্প্ৰতি।
সৰ্ব্বকালে মোৰ যেন সত্যে হোৱে ৰতি ॥
মোৰ মুখে নাসে যেন অসত্য বচন।
এহিসে বৰক মোক দিয়া হুতাশন ॥ ২৮৯৮৫
এহি হৌক বুলি বহ্নি দিলা ইষ্ট বৰ।
শুনিয়োক কহো পাচে আত অনন্তৰ ॥
সহস্ৰ বৎসৰ মানে সিটো নৃপবৰ।
অশ্বমেধ যজ্ঞক যজিলা নিৰন্তৰ ॥ ২৮৯৮৬
কৰিলা দক্ষিণা যেন মহাৰাজা তয়।
কহন নযায় তাক শুনন্তে বিস্ময় ॥
প্ৰত্যেক যজ্ঞৰ শেষে ঘোটক শতেক।
গৰুক কৰয় দান জানাহা লক্ষেক ॥ ২৮৯৮৭
অৰ্থ দিয়া ব্ৰাহ্মণৰ পূৰিলেক মন।
যজ্ঞ যজি তুষিলেক সবে দেৱগণ ॥
স্বকীয় ভাৰ্য্যাক কাম হস্তে কৈলা ত্ৰাণ।
সুৱৰ্ণৰ পৃথিৱী নিৰ্ম্মিলা একখান ॥ ২৮৯৮৮
দীৰ্ঘে কুৰি যোজন প্ৰস্থে দশ প্ৰমাণ।
অশ্বমেধ যজ্ঞক কৰিয়া অৱসান ॥
তিলে কুশে উছৰ্গি বিপ্ৰক দিলা দান।
গঙ্গাত বালুকা জানা আছে যতমান ॥ ২৮৯৮৯
তত সংখ্যা গৰু গাই কৰিলেক দান।
সুহি সুপজিৰ ৰাজা তাহান সমান ॥
আছিলেক ৰন্তিদেৱ পৰম প্ৰৱল।
তাহাৰ কাহিনী কহো শুনা মহাবল ॥ ২৮৯৯০
ইন্দ্ৰক আৰাধি লৈলা মনোনীত বৰ।
বোলে মোৰ অনুচৰ হৌক বহুতৰ ॥
অতিথিসবক মই লভিবো সতত।
মই নোখোজোহো কাৰো খোজক মোহোত ॥ ২৮৯৯১
শক্ৰ হস্তে ৰাজা লভিলেক ইষ্ট বৰ।
অতি যশৱন্ত ৰাজা নাহি তাত পৰ ॥
গ্ৰাম্য অৰণ্যত পশু আছে যত যত।
তাহান্ক উপাসা আসি কৰয় সতত ॥ ২৮৯৯২
প্ৰতিদিনে ৰাজাৰ সভাত বিপ্ৰ যত।
দান দেয় তাসম্বাক স্বৰ্ণ দশ শত ॥
যজ্ঞত লাগয় যত পাত্ৰ নিৰন্তৰ।
অন্যৰ নাহিকে কিছো সবে সুৱৰ্ণৰ ॥ ২৮৯৯৩
বিপ্ৰগণ ৰহে ৰাত্ৰি গৃহত ৰাজাৰ।
প্ৰাতসে লভয় গৰু বিংশতি হাজাৰ ॥
সূপকাৰগণে সদা ফুৰে ডাক পাৰি।
বোলয় অতিথিগণ ভুঞ্জা যত পাৰি ॥ ২৮৯৯৪
দধি দুগ্ধ ঘৃত মধু আৰো পঞ্চামৃত।
সবে মাংস ব্যঞ্জন দিবোহো নানামত ॥

শুনিয়ো শৃঞ্জয় তুমি আমাথেৰ বাক।
ইক্ষ্বাকুৰ পুত্ৰ যে সগৰ বুলি যাক ॥ ২৮৯৯৫
যাৰ সম পৰাক্ৰমী নাহি বলৱন্ত।
গুচিলেক ছত্ৰ পৃথিৱীৰ ৰাজা যত ॥
এক ছত্ৰ কৰি সবে লৈলেক ধৰণী।
হেনয় নৃপতি নতু দেখি নতু শুনি ॥ ২৮৯৯৬
এৰৈকক ভাৰ্য্যাত পুত্ৰ ষাঠি যে হাজাৰ।
অপৰ জনীত এক পুত্ৰ ভৈলা সাৰ ॥
শৰত কালৰ যেন নিৰ্ম্মল গগনে।
চন্দ্ৰক বেঢ়িয়া কান্তি কৰে তাৰাগণে ॥ ২৮৯৯৭
সেহিমতে ৰাজাক বেঢ়িয়া পুত্ৰচয়।
পুত্ৰগণ সমে ৰাজা কান্তিক কৰয় ॥
সুবৰ্ণৰ স্তম্ভ কৰা সোণাৰ মাগুলি।
সুবৰ্ণৰ চাল বাৰ স্বৰ্ণৰ কৰলি ॥ ২৮৯৯৮
এহিমতে স্বৰ্ণ গৃহ কৰি অসংখ্যাত।
নানাবিধ দ্ৰব্যগণ নিয়োজিয়া তাত ॥
লক্ষ্মীৰ সমান ৰূপে গুণে আতি ধন্যা।
স্বৰ্ণময় কৰি গৃহে গৃহে থৈলা কন্যা ॥ ২৮৯৯৯
শয়নৰ স্থানে স্থানে গৃহ নিয়োজিলা।
আনিয়া বিপ্ৰক এহিমতে দান দিলা ॥
ঘোড়াৰ লগত ৰাজা বৰ ক্ৰোধ কৰি।
পৃথিৱীক খানি ঘোড়া আনিলেক ধৰি ॥ ২৯০০০
সগৰে খানিলে নাম ভৈলেক সাগৰ।
অদ্যাপিয়ো সেহি নাম ঘোষে নিৰন্তৰ ॥
আৰো কিছো কহো পৃথু নৃপতিৰ কথা।
বেণৰ শৰীৰ হন্তে জন্মিলেক যথা ॥ ২৯০০১
আছিলেক বেণ ৰাজা পৰম দুৰ্ম্মতি।
আপুনি ঈশ্বৰ হেন সদা তাৰ মতি।
গুৰু গৌৰৱক পাপী নপালে দৰ্পত।
সদা নিন্দা বাণী তাৰ নুগুচে মুখত ॥ ২৯০০২
বিপ্ৰগণ আসি যত নীতিক শিখাইলা।
তথাপি তাহাৰ আতি ক্ৰোধ জ্বলি গৈলা ॥
খঙ্গে ঋষিগণে হেন বুলিলা বচন।
এতিক্ষণে পাপী তোৰ গুচোক জীৱন ॥ ২৯০০৩
ঋষিৰ শাপত থাকি সিয়ো গৈল মৰি।
সেতিক্ষণে শূন্য ইটো ভৈলা বসুন্ধৰী ॥
মন্ত্ৰীগণে দেখয় অকাৰ্য্য ভৈল বৰ।
ঋষিসকলত গৈয়া কৰিলা গোচৰ ॥ ২৯০০৪
অকাৰ্য্য ভৈলেক ভাবি চাইল ঋষিগণ।
বেণৰ শৰীৰ আনি কৰিলা মথন ॥
তাত হন্তে শিশু এক ভৈল উতপতি।
পৰম বৈষ্ণৱ তেজ আতি শুদ্ধমতি ॥ ২৯০০৫
ৰাজ্য অভিষেক কৰি পৃথু নাম থৈলা।
মন্ত্ৰীগণ সমে আসি নগৰে পশিলা ॥
পৃথুক দেখিয়া পাচে সবে প্ৰজাচয়।
বৰ প্ৰীতি পাইলা বুলি সকলে কহয় ॥ ২৯০০৬
যাহাৰ প্ৰসাদে পৃথু শস্যেৰে সম্পুৰ্ণ।
আতি দুগ্ধৱতী ভৈল যত ধেনুগণ ॥
প্ৰাণীসকলত কিছো ৰোগ নাহিকয়।
যেহি মনে বাঞ্ছয় সমস্তে সিদ্ধি হয় ॥ ২৯০০৭
সকলে প্ৰাণীৰ কাৰো হন্তে নাহি ভয়।
পৰম আনন্দে বঞ্চে ভয় নাহিকয় ॥
যাৰ আজ্ঞা শুনিয়া সমুদ্ৰো সচকিত।
নদীগণো স্তম্ভিত হোৱন্ত হুয়া ভীত ॥ ২৯০০৮
যিটো নৃপতিয়ে যজ্ঞ যজি নানা মত।
বিংশতি সুবৰ্ণময় কৰাইলা পৰ্ব্বত ॥
সপ্তাধিক বিংশতি হস্তেৰে পৰিমিত।
এৰৈকক পৰ্ব্বত এহি মানৰ উচ্ছ্ৰিত ॥ ২৯০০৯
বিধিমতে ব্ৰাহ্মণসবক কৰে দান।
পৃথুৰ সমান ৰাজা নাহিকয় আন ॥

হেনয় নৃপতি আছিলেক যত যত।
কালৰ আগত ভৈলা সমস্তেয়ো হত ॥ ২৯০১০
তথু পুত্ৰে দান যজ্ঞ কিছো কৰা নাই।
তাক লাগি তোমাসাৰ শোক নুযুৱাই ॥
তথাপিতো শৃঞ্জয় যে মৌন হুয়া ৰৈলা।
পুনৰপি নাৰদেয়ো বুলিবাক লৈলা ॥ ২৯০১১
মই যিটো কৈলো তাক নশুনা কেমনে।
সবে মিছা বুলি তুমি মানি আছা মনে ॥
যি জনৰ মৃত্যু আসি চাপিলা সম্নিত।
সিয়ো হিত বাণী নুশুনয় কদাচিত ॥ ২৯০১২
তুমি সেহিমতে নুশুনাহা হিত কথা।
নাহি মাত বোল কেনে বসি আছা এথা ॥

নাৰদৰপৰা শৃঞ্জয়ৰ বৰলাভ

শৃঞ্জয় বদতি পাচে শুনিয়ো নাৰদ।
কহিলাহা তুমি যিটো ৰাজাৰ সম্বাদ ॥ ২৯০১৩
মালী যেন মালা গান্থি আছয় শোভন।
সেহিমতে তুমি কহি আছা গুণগণ ॥
সবে ৰাজঋষি পুণ্যআত্মা মহাবল।
তাৰ কীৰ্ত্তি গুণগণ কহিছা সকল ॥ ২৯০১৪
ইহাৰ শ্ৰৱণে শোক দুখ কৰে হত।
তোমাৰ মুখৰ হন্তে শুনিলো সমস্ত ॥
তুমি সমে যেখনে মোহৰ দেখা ভৈল।
তেখনে জানিবা মোৰ শোক দুৰে গৈল ॥ ২৯০১৫
জানাহা নাৰদ মিছা নমানোহো মনে।
যতেক কহিলা মানে শুনিছো শ্ৰৱণে ॥
অমৃত পিৱন্তে যেন শ্ৰদ্ধা নপলায়।
তোমাৰ কথাত মোৰ ভৈল সেহি প্ৰায় ॥ ২০৯১৬
তুমি দেৱঋষিক দেখিলো ভৈল স্বাৰ্থ।
তোমাক দৰ্শনে কদাচিতো নাহি ব্যৰ্থ ॥
পুত্ৰ শোকে দগ্ধ হুই আছে কলেৱৰ।
অনুগ্ৰহ কৰিয়া জীৱাৰ দিয়া বৰ ॥ ২৯০১৭
তোমাৰ প্ৰসাদে যেন পুত্ৰ গুটি পালো।
তোমাৰ চৰণে মই এহিসে প্ৰাৰ্থিলো ॥
নাৰদ বদতি কথা শুনিয়ো শৃঞ্জয়।
স্বৰ্ণষ্ঠিবি পুত্ৰ তথু মৰিয়া আছয় ॥ ২৯০১৮
মোৰ বৰে জীৱ সিটো পাইবা পুনৰ্ব্বাৰ ॥
হুইব পৰমায়ু তাৰ সহস্ৰ বৎসৰ ॥
যুধিষ্ঠিৰ বদতি শুনিয়ো দামোদৰ।
স্বৰ্ণষ্ঠিবি পুত্ৰে কেনে ভৈল শৃঞ্জয়ৰ ॥ ২৯০১৯
কি কাৰণে কুমাৰ কালত গৈল মৰি।
ইহাৰ কাৰণ মোত কহিয়ো সংহৰি ॥
গোবিন্দ বদতি কথা শুনা নৃপবৰ।
সাৱশেষ কথা মঞি কহিবো পূৰ্ব্বৰ ॥ ২৯০২০
দেৱলোক হন্তে আইলা নাৰদ পৰ্ব্বত।
শৃঞ্জয়ৰ গৃহে আসি ভৈল উপগত ॥
দেখিয়া শৃঞ্জয় গাৱ চালি বাঢ়ি আগ।
কিসৱ কাৰণে দুয়ো আইলা মহাভাগ ॥ ২৯০২১
ঋষি বোলে আইলো আমি আপুন ইচ্ছাই।
থাকো দিন চাৰি তথু গৃহে দিয়া ঠাই ॥
হেন শুনি ৰাজা পাচে দিলা ৰাসা ঘৰ।
ভক্ষ্য ভোজ্য দিলা সবে কৰিয়া সাদৰ ॥ ২৯০২২
আপুনি ঋষিৰ ৰাজা নিতে ধৰে আল।
এহিমতে নৃপতি আছয় কত কাল ॥
কৃষ্ণ যুধিষ্ঠিৰ দুয়ো এহিমতে আছে।
তথাতে নাৰদ গৈয়া প্ৰবেশিলা পাচে ॥ ২৯০২৩
দেখি কৃষ্ণ যুধিষ্ঠিৰ উঠি গাৱ চালি।
নমস্কাৰ কৰিয়া জুৰিলা কৃতাঞ্জলি ॥
কি কাৰ্য্যে আসিলা গুৰু কহা আগমন।
ঋষি বোলে কিছো মোৰ নাহি প্ৰয়োজন ॥২৯০২৪

কৃষ্ণে বোলে ভাল ভৈল আইল দেৱঋষি।
এহি সাৰশেষ কথা কহোক হৰিষি ॥
নাৰদ বদতি কথা শুনা কুন্তীসুত।
সন্তোষ কৰিলা ৰাজা আমাক বহুত ॥ ২৯০২৫
তাহাৰ ভক্তিত আমি দুয়ো তুষ্ট ভৈলো।
পৰ্ব্বতক প্ৰতি মঞি বাক্যক বুলিলো ॥
শুনিয়ো ভাগিন তুমি বচন মোহোৰ।
শৃঞ্জয় ৰাজাক দিয়া মনোনীত বৰ ॥ ২৯০২৬
মোহোৰ বচনে তাক মতাই আনিলা।
বৰ লোৱা বুলি হেন বচন বুলিলা ॥
যিটো বৰে দেৱতাৰ হিংসা নিমিলয়।
হেনসে বৰক বৰা ৰাজা মহাশয় ॥ ২৯০২৭
শৃঞ্জয় বদতি দুয়ো শুনা ঋষিৰাজ।
তোমৰাৰ তুষ্টে মোৰ ভৈলা সবে কাজ ॥
দুয়ো ঋষি মোহোত যেখনে তুষ্ট ভৈলা।
তেতিক্ষণে মোৰ সবে বৰ সিদ্ধি ভৈলা ॥ ২৯০২৮
শুনিয়ো শৃঞ্জয় তুমি বচন আমাৰ।
লৈয়ো বৰ যিটো বাঞ্ছা মনত তোমাৰ ॥
শৃঞ্জয়ে বোলয় কথা শুনা দেৱঋষি।
মনৰ বাঞ্ছিত মোৰ কহিবো হৰিষি ॥ ২৯০২৯
মহাবীৰ পৰাক্ৰমী আতি বলৱন্ত।
আয়ুষ্মন্ত ইন্দ্ৰৰ সমান কান্তিমন্ত ॥
এনয় এগুটি পুত্ৰ হৌক দিয়া বৰ।
এহি বৰ দিয়া মোৰ মন কচিকৰ ॥ ২৯০৩০
হেন শুনি পৰ্ব্বতে যে বুলিলা ৰাজাক।
হৈব তেন পুত্ৰ কিন্তু আয়ুসত পাচ ॥
অভিমত পুত্ৰ হৈব নামে স্বৰ্ণষ্ঠিবি।
শক্ৰ হন্তে আছে ভয় প্ৰযত্নে ৰাখিবি ॥ ২৯০৩১
পৰ্ব্বতৰ মুখে হেন শুনি ছিদ্ৰ বৰ।
অনেক মিনতি বাণী বুলিলা বিস্তৰ ॥
নোবোলা ইমত বাক্য নোহোৱে উচিত।
আয়ুষ্মন্ত পুত্ৰ হৌক বোলাহা ইমত ॥ ২৯০৩২
পৰ্ব্বতে শুনিয়া তাক কিছো নুবুলিল।
শৃঞ্জয় ৰাজাৰ ভৈল মনত বিকল ॥
তাহাক দেখিয়া মঞি বিষাদ লভিলো।
শোক দুৰ কৰি তাক বচন বুলিলো ॥ ২৯০৩৩
শুনিয়ো শৃঞ্জয় তুমি দুৰ কৰা শোক।
পুত্ৰৰ সঙ্কট ভৈলে স্মৰিবাহা মোক ॥
পৰলোক হন্তে পুত্ৰ আনি দিবো মঞি।
শোক পৰিহৰি স্বস্থ হুয়োক শৃঞ্জয় ॥ ২৯০৩৪
এহি বাক্য বুলি আমি গৈলো অন্য থান।
ৰাজায়ো গৈলেক পাচে আপুন ভৱন ॥
এহিমতে নৃপতি আছয় কত দিন।
তাহাৰ ভাৰ্য্যাৰ ভৈলা গৰ্ভৰ লক্ষণ ॥ ২৯০৩৫
দশ মাস বহি গৈল জন্মিলেক সুত।
মহা কান্তিমন্ত পুত্ৰ তেজেৰে জলিত ॥
সৰোবৰে পদ্ম যেনমতে বৃদ্ধি হয়।
সেহিমতে দিনে দিনে কুমাৰ বাঢ়য় ॥ ২৯০৩৬
স্বৰ্ণষ্ঠিবি নাম তাৰ ভৈলেক প্ৰখ্যাত।
ঋষিৰ বৰক ইন্দ্ৰে বুজিলে সাক্ষাত ॥
পুত্ৰৰ লক্ষণ শুনি শক্ৰে পাইলা ভয়।
কৰো কোন কৰ্ম্ম মনে লাগিল সংশয় ॥ ২৯০৩৭
পাচে বৃহস্পতি আসি বুলিলা ইন্দ্ৰক।
বজ্ৰক পঠাই তুমি বধিয়ো শিশুক ॥
বৃহস্পতি-বাক্য শুনি সহস্ৰলোচন।
বজ্ৰক আনিয়া পাচে বুলিলা বচন ॥ ২৯০৩৮
তুমি মূৰ্ত্তিমন্ত অস্ত্ৰ মোৰ বাক্য ধৰ।
ব্যাঘ্ৰ হুই শৃঞ্জয়ৰ বধিয়ো কুমাৰ ॥
যেনমতে পৰ্ব্বত্ত মুনিয়ে দিল বৰ।
সাঙ্গোপাঙ্গে বজ্ৰত কহিলা পুৰন্দৰ ॥ ২৯০৩৯

সেহিটো ভাঙ্গৰ ভৈলে মোক দিবে কষ্ট।
যথা তথা নৃপতিৰ পুত্ৰ কৰা নষ্ট॥
ইন্দ্ৰৰ আদেশে বজ্ৰ পৃথিৱীক আইল।
স্বৰ্ণষ্ঠিবি কুমাৰৰ আসি লাগ লৈল॥ ২৯০৪০
মায়া কৰি কুমাৰৰ ছিদ্ৰ ফুৰে চাই।
তাক মাৰিবাক কিছো নপান্ত উপায়॥
নৃপতিয়ো যেখনে দেখয় পুত্ৰমুখ।
মজে ব্ৰহ্মানন্দে যেন পাৱে স্বৰ্গসুখ॥ ২৯০৪১
পাচে নৃপতিৰ যেন ভৈলা অথান্তৰ।
কহিবো তোমাত জানা ৰাজা যুধিষ্ঠিৰ॥
কুমাৰৰ ভৈলে আসি পঞ্চম বৎসৰ।
ক্ৰীড়াতেসে সদা মন মগ্ন কুমাৰৰ॥ ২৯০৪২
একদিনা কুমাৰে ধাত্ৰীক সঙ্গে লই।
নিৰ্জন থানত ভাগীৰথী তীৰে গই॥
পৰম আনন্দ মনে ৰঙ্গে ক্ৰীড়ে যথা।
ব্যাঘ্ৰৰূপ ধৰি বজ্ৰে দংশিলেক তথা॥ ২৯০৪৩
নিঢালে পৰিল তাৰ প্ৰাণ গৈল ছাড়ি।
আৰ্ত্ত হুয়া ধাত্ৰীয়ে কান্দন্ত বিঙ্গ পাৰি॥
এহিমতে মায়া-ব্যাঘ্ৰে কুমাৰ বধিলা।
অন্তৰ্দ্ধান হুয়া পাচে অন্তৰাবতী গৈলা॥ ২৯০৪৪
ধাত্ৰীৰ ক্ৰন্দন ৰাব শুনিয়া নৃপতি।
আথে বেথে দিলা ৰাৰ ভ্ৰম ভৈল মতি॥
এহিমতে গৈয়া পাইল ভাগীৰথী তীৰ।
দেখে ধাত্ৰী কান্দিয়া আছয় একেশ্বৰ॥ ২৯০৪৫
পটেশ্বৰীগণে হেন শুনিয়া ক্ৰন্দন।
ৰাজাৰ লগত সবে কৰিলা গমন॥
এহিমতে ধাত্ৰীক এসম্বে দেখিলেক।
অথান্তৰ জানি মনে সবে পাইলা শোক॥ ২৯০৪৬

শৃঞ্জয়ৰ পুত্ৰশোক

**লেছাৰী**

দেখিলা নৃপতি দৃষ্টি কৰি প্ৰাণ ছাৰি পুত্ৰ আছে পৰি
ব্যাঘ্ৰে মাৰি পান কৰিয়া আছে শোণিত।
তেজে তোলবোল সৰ্ব্ব গাৱ মৰি পৰি আছে সেহি ঠাৱ
যেন পূৰ্ণচন্দ্ৰ আসি ভৈলা ভূমিগত॥
কোলে লৈলা তাক তুলি আনি বুকত সাৱটি বোলে বাণী
মোক পৰিহৰি যাস পুত্ৰ কৈক লাগি।
তোমাৰ বিয়োগে যাই প্ৰাণ পিতা বুলি কৰ সমিধান
কেনে নমাতস দেখ মৰো মন্দভাগী॥ ২৯০৪৭
যেতিক্ষণে দেখো তোৰ মুখ মিলে ব্ৰহ্মানন্দ মোৰ সুখ
আজি ধৰি কাৰ মুখ চাইবো মন্দমতি।
কাহাক মাতিবো পুত্ৰ বুলি কাক লৈবো ৰঙ্গে কোলে তুলি
নিদাৰুণ বিধি কৰিলিহি বিসঙ্গতি॥
পিতা পিতা বুলি কতোক্ষণ কোলে চৰি মোৰ মোহ মন
তাহাক সুমৰি ৰৈবো মই কেন কৰি।
হেন প্ৰাণ পুত্ৰ গৈল মৰি জীয়া আছো কেনে প্ৰাণ ধৰি
কিনো নিদাৰুণ ভৈলো মই হৰি হৰি॥ ২৯০৪৮

কৈক যাইবো আৰে কি কৰিবো হেন প্ৰিয় পুত্ৰ কৈত পাইবো
নিদাৰুণ বিধি বঞ্চিলিহি কি কাৰণ।
ঋষিৰ প্ৰসাদে পাইলো তোক গৈল যমপুৰে এৰি মোক
বিষ খায়া ছাড়িবো ইটো জীৱন ॥
নাহি সাত পাঞ্চ এক গুটি তোৰ শোকে যাই প্ৰাণ ফুটি
গৃহে গৈয়া মই থাকিবোহো কাক চাই।
কোন সতে যাইবো তোক এৰি দুয়ো একেলগে যাইবো মৰি
নিদাৰুণ বিধি কৰিলি হেন বিলাই ॥ ২৯০৪৯
শুনিয়োক আক বুধলোক দেখা মহন্তৰ কেন শোক
হৰি নভজিয়া কেনে আছা মনে মনে।
ছাৰ গৃহবাস এৰা আক হৰি হৰি সদা বোলা বাক
কৃষ্ণৰ চৰণে দ্বিজ লক্ষ্মানাথে ভণে ॥ ২৯০৫০

স্বৰ্ণষ্ঠিবি ৰজাৰ বিবৰণ আৰু যুধিষ্ঠিৰক সান্ত্বনা দান

পদ

এহিমতে মাতৃগণে কৰন্ত ক্ৰন্দন।
শৃঞ্জয় নৃপতি পাচে ভৈল সন্ধুক্ষণ ॥
মোৰ পূৰ্ব্বকথা তান মনত পৰিলা।
নিয়মিত হুয়া মনে মোহোক স্মৰিলা ॥ ২৯০৫১
এহি কথা জানি মনে মই আসি পাইলো।
কৃষ্ণে যিটো কৈয়া আছে সকলে কহিলো ॥
এহি ইতিহাসে পাচে শোকক গুচায়া !
ৰাজাৰ পুত্ৰক মই দিলোহো জীয়ায়া ॥ ২৯০৫২
পিতৃ মাতৃ সকলৰ শৰীৰ জুৰাইল।
পুত্ৰে কোলে লৈয়া পাচে গৃহত পশিল ॥
হৰ লগা কাৰ্য্য যিটো পূৰ্ব্বে আছে হুই।
জানা যুধিষ্ঠিৰ মনুষ্যৰ শক্তি নুই ॥ ২৯০৫৩
শৃঞ্জয় মৰিয়া পাচে স্বৰ্গে চলি গৈলা।
আত অনন্তৰে স্বৰ্ণষ্ঠিবি ৰাজা ভৈলা ॥
বহু যজ্ঞ কৰিয়া বিপ্ৰক দিলা দান।
তান সম নৃপতি নাহিকে কেহো আন ॥ ২৯০৫৪
সিটো নৃপতিৰ পুত্ৰ ভৈল বহুতৰ।
আছিলেক শতাধিক সহস্ৰ বৎসৰ ॥
কাল অৱসানে পাচে সিয়ো ভৈলা ঠাই।
জানা ধৰ্ম্মৰাজ আত শোক নুযুৱাই ॥ ২৯০৫৫
কৃষ্ণদেৱে সিটো কথা কহিছে তোমাত।
মহামুনি ব্যাসে কহি আছে যত যত ॥
এহি বাক্যচয় তুমি শিৰোগত কৰি।
স্বস্থ মন হুয়ো ৰাজা শোক পৰিহৰি ॥ ২৯০৫৬
পৈতৃক ৰাজ্যক তুমি লভিয়ো বিশিষ্ট।
যজ্ঞক যজাহা তুমি ফল পাইবা ইষ্ট ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
তযু পিতামহ যুধিষ্ঠিৰ মহাশয় ॥ ২৯০৫৭
কৃষ্ণে ব্যাসদেৱে কহিলেক যত যত।
তভো মৌনে ৰৈলা শোক কৰিয়া মনত ॥
পুনৰপি ব্যাসে পাচে জিজ্ঞাসিয়া চাইলা।
শোক গুচাইবাক লাগি কহিবে লাগিলা ॥ ২৯০৫৮

যুধিষ্ঠিৰৰ প্ৰতি উপদেশ

ব্যাস নিগদতি কথা শুনা কুন্তীসুত।
নৃপতিৰ ধৰ্ম্ম সিদ্ধি প্ৰজাপালনত ॥
কৰিয়ো শাসন প্ৰজাগণক ধৰ্ম্মত।
পিতৃ পিতামহৰ ধৰ্ম্মত হুয়া স্থিত ॥ ২৯০৫৯

বেদে যিটো কহি আছে ধৰ্ম্মৰ প্ৰমাণ।
বেদৰ বিহিত ধৰ্ম্ম কৰয় ব্ৰাহ্মণ ॥
সকলো ধৰ্ম্মক জানা ক্ষত্ৰিয়ে ৰাখিব।
ধৰ্ম্ম নষ্ট কৰে যিটো তাহাক দণ্ডিব ॥ ২৯০৬০
যিটো দুষ্টে লোকৰ ধৰ্ম্মক নষ্ট কৰে।
তাৰ দুই বাহু কাটিবেক নৃপবৰে ॥
মোহত থাকিয়া যিটো অজ্ঞ নৰচয়।
অপ্ৰমাণ তথাক যে প্ৰমাণ কৰয় ॥ ২৯০৬১
যদিবা হোৱয় ভৃত্য আৰো হোৱে পুত্ৰ।
হোৱে যদি তপস্বী ৰাজাৰ হোৱে মিত্ৰ ॥
উপায়েৰে নৃপতি কৰিব নিবাৰণ।
তভো যদি সিদ্ধি নোহে লৈবে তাৰ প্ৰাণ ॥২৯০৬২
বিবেচনা নকৰয় যিসব নৃপতি।
ইটো পাপচয়ে তাক পাইবেক সম্প্ৰতি ॥
যিসব মনুষ্যে ধৰ্ম্ম কৰে জানা ভ্ৰষ্ট।
যিটো নৃপতিয়ে তাক নকৰয় নষ্ট ॥ ২৯০৬৩
ভৈলেক ধৰ্ম্মাত্মা জানা সেহি ৰাজাগণ।
স্বৰূপ কৰিয়া মই কহিলো ৰাজন ॥
তুমি বধিলাহা সমৰত যত যত।
সকলে ধৰ্ম্মাত্মা ৰাজা জানা স্বৰূপত ॥ ২৯০৬৪
সম্প্ৰতি সেহিসে ধৰ্ম্মে তুমি হোৱা স্থিত।
জানাহা পাণ্ডৱ শোক নকৰা কিঞ্চিত ॥
ৰাজা ভৈলে দিয়েয়ো মাৰয় যত যত।
প্ৰজা প্ৰতিপাল কৰিবেক স্বধৰ্ম্মত ॥ ২৯০৬৫
হেন যদি বচন শুনিলা কুন্তীসুত।
মিনতি কৰিয়া কথা কহিলা ঋষিত ॥
যুধিষ্ঠিৰে বোলে তুমি যি কহিলা মোত।
তোমাৰ কথাত শঙ্কা নমানো মনত ॥ ২৯০৬৬
যি কহিয়া আছা জ্ঞান ধৰ্ম্ম কথা তুমি।
সাক্ষাততে সিসবক দেখি আছো আমি ॥

কিন্তু মই মূঢ়ে ৰাজ্যলোভত থাকিয়া।
অবধ্য কৰণে মই আছোহো বধিয়া ॥ ২৯০৬৭
সিসব কৰ্ম্মক মই সুমৰি সুমৰি।
মহা শোকানলে সৰ্ব্ব গাৱ মৰো পুৰি ॥
বৈশম্পায়ন বদন্তি শুনিয়ো মহাৰায়।
বৃথা মাত্ৰ কৰা শোক তাত কাৰ্য্য নাই ॥ ২৯০৬৮
সদ বা অসদ কৰ্ম্ম আছে যত যত।
কৰয় পুৰুষে তাক ঈশ্বৰ ইচ্ছাত ॥
তাৰ ফল কদাচিতো পুৰুষে নপায়।
যত ফল হোৱে যায় ঈশ্বৰৰ ঠাই ॥ ২৯০৬৯
অৰণ্যত গৈয়া বৃক্ষ ছেদয় পুৰুষে।
তাত পাপ ঘটে পৰশুত কিবা দোষে ॥
যদি মই কৰো বুলি মানয় মনুষ্যে।
তাহাৰ ফলক সিটো লভয় অৱশ্যে ॥ ২৯০৭০
দণ্ড শাস্ত্ৰে বিহিত কৰয় কৰ্ম্ম যত।
তাৰ দোষ কিঞ্চিতো নঘটে পুৰুষত ॥
এতেকে নৃপতি তুমি এৰা শোকচয়।
স্বধৰ্ম্মে ধৰ্ম্মক তুমি কৰিছা নিশ্চয় ॥ ২৯০৭১
যদি দুষ্টগণে তযু গাৱে অপবাদ।
তোমাক নপাৱে জানা সেহিটো সংবাদ ॥
অকাৰণে শোক কৰি দেহ কৰা হত।
নেদেখি শোভন তাক জানা স্বৰূপত ॥ ২৯০৭২
যদি শঙ্কা কৰা মনে আছে প্ৰায়শ্চিত্ত।
প্ৰাণ এৰিলেসে পাপ যাৱয় লগত ॥
এতেকে জীৱন্তে তুমি কৰা প্ৰায়শ্চিত্ত।
নকৰিলে পৰলোকে পাইবা বৰ ভীত ॥ ২৯০৭৩
পুনু যুধিষ্ঠিৰে বোলে শুনা ঋষিৰাজ।
মন দিয়া চাৱা যেন কৰিলো অকাৰ্য্য ॥
বধিলো সমৰে পুত্ৰ পৌত্ৰ ভ্ৰাতৃগণ।
শশুৰ মাতুল পিতৃ আৰো গুৰুজন ॥ ২৯০৭৪

সম্বন্ধী সুহৃদগণ আৰো পিতামহ।
সমান বয়সী বধিলোহো এৰি স্নেহ ॥
জ্ঞাতিসব ভাগিন আউৰ ৰাজাচয়।
নানা দেশ হন্তে সব আসিয়া আছয় ॥ ২৯০৭৫
ৰাজ্যৰ আশাতে থাকি সবাকে বধিলো।
সমৰ কৰিয়া মনে একো নচাহিলো ॥
স্মৰি স্মৰি সদায়ে বিকল কৰৈ মন।
চাবা মন কৰি কিবা পাইবো তপোধন ॥ ২৯০৭৬
ৰাজাৰ বিহীন ইটো ভৈল বসুমতী।
বহু জ্ঞাতি বধ দেখি দহে মোৰ মতি ॥
কোটি অসংখ্যাত মৰিলেক সেনাগণ।
তাক দেখি সদায়ে তাপিত মোৰ মন ॥ ২৯০৭৭
তাসম্বাৰ স্ত্রীৰ আৰো হুইব কেন গতি।
ভ্রাতৃ যে তনয় আৰো হীন ভৈলা পতি ॥
কৃষ্ণ সমে সিসবৰ লৈলো আমি প্রাণ।
কৰিলো অকর্ম্ম যেন অজ্ঞানীৰ থান ॥ ২৯০৭৮
ভ্রাতৃ পুত্র স্বামী শিশু সব নেদেখিয়া।
আর্ত্তৰাৱে কান্দিবেক আকুল যে হুয়া ॥
শোকৰ জালত যেন হৈবেক বাতুল।
পৰি পৃথিবীত কেশ হৈব আউল জাউল ॥২৯০৭৯
দুঃসহ তাপত ক্ষীণ হৈবেক শৰীৰ।
প্রাণ এৰি যাইবে সবে যমৰ মন্দিৰ ॥
দায়াত থাকিয়া সবে যাইবে যমালয়।
মোহোৰ কথাত ঋষি নাহিকে সংশয় ॥ ২৯০৮০
লোকে বোলে ধর্ম্ম মোক্ষ পাইবে যুধিষ্ঠিৰ।
বাস্তৱত পাইলো যে স্ত্রীবধ নিৰন্তৰ ॥
সেহিসে সুহৃদগণ বধিলো ৰণত।
অধোমুখ হুয়া পৰিবোহো নৰকত ॥ ২৯০৮১
ইসব চিন্তায়ে আৰে কেনে কর্ম্ম কৰো।
সুহি উগ্র তপ কৰি শৰীৰক এৰো ॥
আৰো পিতামহ মোত কহিয়ো আশেষ।
চাৰি আশ্রমৰ মধ্যে কেনে যে বিশেষ ॥ ২৯০৮২
বৈশম্পায়ন বোলে শুনা ৰাজা জন্মেজয়।
যুধিষ্ঠিৰ বাক্য শুনি ব্যাস মহাশয় ॥
ধর্ম্মৰ মুখক চাই বুলিবাক লৈলা।
শুনা বুলি ঋষি কহিবাক আৰম্ভিলা ॥ ২৯০৮৩
ব্যাস নিগদতি শুনা ধর্ম্মৰ নন্দন।
বিষাদ এৰিয়া তুমি হোবা স্বস্থ মন ॥
ক্ষত্রিয়ৰ ধর্ম্ম জানা যুদ্ধেসে স্বধর্ম্ম।
তোমাৰ আগত আৰে কহিবোহো মর্ম্ম ॥ ২৯০৮৪
সবে সম্পত্তিক ইচ্ছা কৰি ৰাজাগণে।
সসৈন্যে সহিতে প্রৱেশিলা ঘোৰ ৰণে ॥
যুদ্ধ যজ্ঞে পৰি পাচে গৈলা স্বর্গলোক।
তাসম্বাৰ প্রতি নুযুৰাই তযু শোক ॥ ২৯০৮৫
তুমি ভীম অর্জ্জুন নকুল সহদেৱ।
তোবাসবে বহু ৰাজা কর্ত্তা নোহা কেৱ ॥
জানা যুধিষ্ঠিৰ তুমি ইটো ভালে ভালে।
তুমিসে নিমিত্ত জানা সংহৰিল কালে ॥ ২৯০৮৬
অনিমিত্তে জন্ম গুটি হোৱে পুৰুষৰ।
নকৰয় ইচ্ছা তভো যায় যমঘৰ ॥
হর্ষ শোক কৰে অজ্ঞানত থাকি ব্যর্থ।
স্বৰূপত দেখা ইটো সাধয় অনর্থ ॥ ২৯০৮৭
অকাৰণে দেখো তব চিত্তৰ বিকল।
প্রায়শ্চিত্ত কৰি স্বস্থ হুয়ো মহাবল ॥
সম্প্রতি শুনিয়ো তুমি পাণ্ডুৰ নন্দন।
পূর্ব্বে দেৱ-দৈত্যে যেনে কৰিলে কন্দল ॥২৯০৮৮
দৈত্য ভৈল জ্যেষ্ঠ যে কনিষ্ঠ দেৱগণ।
সম্পত্তিত থাকি কৰিলেক ঘোৰ ৰণ ॥
বত্রিশ সহস্র বর্ষ কৰিলা সমৰ।
শোণিতেৰে ভৈল সপ্তার্ণৱ একাকাৰ ॥ ২৯০৮৯

সমৰে বধিলা জানা যত দেৱবৰ্গ ।
যুদ্ধ জিনি দেৱগণে লভিলেক স্বৰ্গ ॥
সেহি দৈত্যগণে আসি ইটো পৃথিৱীত ।
ব্ৰাহ্মণ ভৈলেক বেদ শাস্ত্ৰত পাৰ্গত ॥ ২৯০৯০
অষ্টাধিক অশীতি সহস্ৰ ভৈলা জাত ।
শালবৃক নামে তিনি লোকত প্ৰখ্যাত ॥
ধৰ্ম্মক গুচায়া অধৰ্ম্মক প্ৰবৰ্ত্তায় ।
দেখি দেৱে সঙ্গে আইলা অগনি পৰায় ॥ ২৯০৯১
অগ্নি যেন দহি নেই শুখান বনক ।
সেহিমতে দেৱে সিটো বধিলা বিপ্ৰক ॥
শিষ্টৰ কুলত জন্মে দুষ্ট এক জনা ।
সেহি দুষ্টে সমস্তকো দিবয় বেদনা ॥ ২৯০৯২
তাহাক বধিলে সবাহাৰে সুখ হয় ।
যদি কুল সমে দুষ্ট দেশত থাকয় ॥
তাহাক বধিলে সবে দেশ স্বস্থ হুই ।
ইসবক বধিলে কিঞ্চিতো দোষ নাই ॥ ২৯০৯৩
যি কহিলো সকলে শুনিয়া যুধিষ্ঠিৰ ।
এতেকে সম্প্ৰতি তুমি মন কৰা থিৰ ॥
পূৰ্ব্বে দেৱগণে যিটো দেখাই আছে পথ ।
সেহি পথে গতি কৰি আছা মহাৰথ ॥ ২৯০৯৪
হেন কৰ্ম্ম কৰি যিটো আছা মহাশয় ।
হেন সবে নৰকক গতি নকৰয় ॥
ভ্ৰাতৃ বন্ধু সুহৃদক আশ্বাস কৰিয়ো ।
বিকল এৰিয়া আপুনিয়ো স্বস্থ হুয়ো ॥ ২৯০৯৫
থাকে একো পুৰুষ সদায়ে পাপে মতি ।
পাপকেসে মাত্ৰ সিটো কৰয় সম্প্ৰতি ॥
লোকে হাসিলেও তাৰ মিলয় সন্তোষ ।
পাপ কৰ্ম্ম কৰিয়া নপাৰে অসন্তোষ ॥ ২৯০৯৬
সেহি জন প্ৰায়শ্চিত্ত যোগ্য নাহি হয় ।
যদি প্ৰায়শ্চিত্ত কৰে পাপ নুগুচয় ॥
তুমি সদ শুদ্ধ কুলে জন্ম আছা ধৰি ।
পৰ দোষে ইটো কৰ্ম্ম আছাহা আচৰি ॥ ২৯০৯৭
অনিচ্ছাত ইটো কৰ্ম্ম কৰি আছা বাপ ।
তভো কৰ্ম্ম কৰি মনে কৰিছা সন্তাপ ॥
অশ্বমেধ যজ্ঞক যজিয়ো মহাশয় ।
হৈব শুদ্ধ কলেবৰ পাপ হৈব ক্ষয় ॥ ২৯০৯৮
পূৰ্ব্বে ইন্দ্ৰে অৰিক জিনিয়া বাৰম্বাৰ
একে অশ্বমেধক কৰিয়া শত বাৰ ॥
লভিলেক স্বৰ্গ পাপ গুচিল সকল ।
অতি সুখ লভিলেক ইন্দ্ৰ মহাবল ॥ ২৯০৯৯
দেৱগণ সমে ইন্দ্ৰ দিশ প্ৰকাশয় ।
অপেস্বৰাগণে সমে আনন্দে বঞ্চয় ॥
দেৱতা সহিতে ঋষিগণে উপাসন্ত ।
এহিমতে স্বৰ্গে ইন্দ্ৰে আনন্দে বঞ্চন্ত ॥ ২৯১০০
তুমি সেহিমতে আপুনাৰ বাহুবলে ।
পৃথিৱী লভিলা ৰাজা জিনিয়া সকলে ॥
পৰম নিষ্পাপ যুধিষ্ঠিৰ মহামতি ।
সিসবৰ থানে তুমি কৰিয়োক গতি ॥ ২৯১০১
ভ্ৰাতৃ পুত্ৰ পৌত্ৰ যিটো আছে তাসম্বাৰ ।
স্বকী স্বকী ৰাজ্যে তাক পাতা অধিকাৰ ॥
যিটো নৃপতিৰ নাহি বংশ পৰিৱাৰ ।
যদিবা আছয় তাৰ গৰ্ভস্থ কুমাৰ ॥ ২৯১০২
তাহাৰ মাতৃক শান্ত বুলিয়া অনেক ।
সিটো দেশে তাক তুমি কৰা অভিষেক ॥
গৰ্ভস্থ কুমাৰ নাহি যিসব ৰাজাৰ ।
তাৰ দুহিতৃক আনি পাতা অধিকাৰ ॥ ২৯১০৩
প্ৰকৃতিসবক তুমি সন্তোষিত কৰি ।
ধৰ্ম্ম প্ৰতিপাল তুমি কৰা বসুন্ধৰী ॥
কামত আশক্তি যিটো আছয় স্ত্ৰী লোক ।
হৈবেক প্ৰসন্ন মন তড়িবেক শোক ॥ ২৯১০৪

এহিমতে দেশে দেশে ফুৰি যুধিষ্ঠিৰ।
আশ্বাস কৰিয়া সবাহাক্কে কৰা স্থিৰ ॥
মহা পৰাক্ৰমী দেখা যতেক নৃপতি।
আপুনাৰ বলে মোহ ভৈলেক সম্প্ৰতি ॥ ২৯১০৫
স্বকৰ্ম্মৰ ফলে মৰি পাইলা স্বৰ্গলোক।
জানা যুধিষ্ঠিৰ তুমি কেনে কৰা শোক ॥
ক্ষত্ৰিয় ধৰ্ম্মত পাইলা অকণ্টকা ৰাজ্য।
সদ কৰ্ম্ম কৰি চিন্তা পৰলোক কাৰ্য্য ॥ ২৯১০৬
যুধিষ্ঠিৰ বদতি শুনিয়ো ব্যাস ঋষি।
মনৰ সংশয় পুছো কহিয়ো হৰিষি ॥
কিবা কৰ্ম্ম কৰিলে লাগয় প্ৰায়শ্চিত্ত ॥
কেনে ব্যৱস্থাৰে তাত হন্তে হোৱে মুক্ত ॥ ২৯১০৭
সকলে কথাক মোক কহা প্ৰপঞ্চিয়া।
যদি পিতামহ তব মোত আছে দায়া ॥
ব্যাস নিগদতি শুনা পাণ্ডুৰ সন্ততি।
কহিবো তোমাত মই যথা লৱে মতি ॥ ২৯১০৮
বিহিত কৰ্ম্মক এৰি নিষিদ্ধ আচৰে।
প্ৰায়শ্চিত্ত মতি হৱে সেহি সব নৰে ॥
ব্ৰহ্মচৰ্য্য ব্ৰতক আচৰে কতো জন।
আদিত্য উদয় ভৈলে এৰয় শয়ন ॥ ২৯১০৯
ভোজন কৰিয়া পুনৰপি দিবাভাগে।
কৰয় শয়ন সূৰ্য্য অস্ত গৈলে জাগে ॥
কুলক্ষী হোৱয় জানা থাকে শ্যাৱদন্ত।
ব্ৰহ্মবধ কৰে আৰো আচাৰ ৰহিত ॥ ২৯১১০
ব্ৰত উপবাসে স্ত্ৰীক কৰয় গমন।
ব্ৰাহ্মণগণক যিটো কৰয় হিংসন ॥
শূদ্ৰক পঢ়াৱে বেদ গ্ৰাম দাহ কৰে।
মাংসক বিক্ৰয় কৰি ফুৰে যিটো নৰে ॥ ২৯১১১
স্ত্ৰী বধ কৰে আৰো গুৰুক বধয়।
বৃথা কাৰ্য্যে পক্ষীক মাৰয় দুৰাশয় ॥
মিছা ঔষধক দিয়া পেট প্ৰবৰ্ত্তায়।
গুৰু দেৱতাক যিটো হিংসে সৰ্ব্বদায় ॥ ২৯১১২
বেদক বিক্ৰয় কৰে যিটো দুষ্ট চিত্ত।
এহি সব নৰে কৰিবেক প্ৰায়শ্চিত্ত ॥
শুনিয়োক আত পাচে ধৰ্ম্মৰ নন্দন।
অকাৰ্য্য বোলয় যাক কৈবো ভিনে ভিন ॥ ২৯১১৩
নিষেধ হোৱয় যিটো লোকত বিদিত।
কহিবো তোমাত যুধিষ্ঠিৰ দিয়া চিত্ত ॥
স্বধৰ্ম্মক এৰি যিটো পৰধৰ্ম্ম ধৰে।
অযাজ্যক যজে অভক্ষ্যক ভক্ষ কৰে ॥ ২৯১১৪
শৰণাগতক এৰে নোপোষে ভৃত্যক।
বেচে মধু গুড় আদি ষড় যে ৰসক ॥
অকাৰণে পশুপক্ষী মাৰে যিটো জন।
শক্তিমন্ত হুয়া স্ত্ৰীক নকৰে ৰমণ ॥ ২৯১১৫
বিপ্ৰক নেদয় দান হোৱয় কৃপণ।
ব্ৰাহ্মণক নিন্দা যিটো কৰে সৰ্ব্বক্ষণ ॥
পিতৃয়ে সহিতে যিটো বিবাদ আচৰে।
গুৰুপত্নী গমন কৰয় যিটো নৰে॥ ২৯১১৬
যতেক অকাৰ্য্য আৰে কৈলো মহাশয়।
আৰো কহো যিসবত দোষ নাহিকয় ॥
সমৰত যিটো বিপ্ৰে আসে অস্ত্ৰ ধৰি।
মাৰিবাক মনে খেদি আসে ক্ৰোধ কৰি ॥ ২৯১১৭
আপুনি ৰহিব তাক সমৰত বধি।
সেহি জন অৱশ্যে নহয় ব্ৰহ্মবধী ॥
প্ৰাণৰ সঙ্কটে যিটো জনে অজ্ঞানত।
কৰে সুৰাপান অকস্মাত কদাচিত ॥ ২৯১১৮
জানা যুধিষ্ঠিৰ তাত নাহিকে সংশয়।
পুনৰ সংস্কাৰে জানা সিটো শুদ্ধ হয় ॥
গুৰুৰ আজ্ঞায়ে যিটো গুৰুপত্নী হৰে।
আত কিছো দোষ সিটো নপাৱয় নৰে ॥ ২৯১১৯

পূৰ্ব্বে উশীনৰ গুৰু আপুন ভাৰ্য্যাত।
শিষ্যক আনিয়া পাচে কৰাইলা সঙ্গত ॥
শ্বেতকেতু নামে পুত্ৰ পাচে জন্মাইলেক।
ইহাতে নাহিকে দোষ কহিলো প্ৰত্যেক ॥২৯১২০
গুৰুৰ নিমিত্তে চৌৰ কৰয় ডকাইতে।
নাহিকয় কিছো দোষ এহিসে কৰ্ম্মতে ॥
প্ৰাণৰ সঙ্কটে আৰে বিপ্ৰৰ নিদানে।
গুৰুৰ নিমিত্তে আৰো বিবাহ কাৰণে ॥ ২৯১২১
গুৰুৰ নিমিত্তে আত্ম-ভাৰ্য্যাৰ আগত।
দোষ নাহিকয় মিছা মাতিলে ইহাত ॥
বিপ্ৰৰ নিমিত্তে যিটো দ্ৰব্য আনে হৰি।
তাত দোষ নাহিকয় কৈলো নিষ্ট কৰি ॥২৯১২২
আৰো এক কথা কহো শুনা কুন্তীসুত।
জ্যেষ্ঠ জন যদি জানা ভৈলেক পতিত ॥
যদি বা সন্ন্যাসী হোৱে ভিক্ষা মাগি খাই।
কনিষ্ঠে বিহাইলে আত কিছো দোষ নাই ॥২৯১২৩
অকাৰণে পশুহিংসা যোগ্য নুহিকয়।
পৰক পঠায়া মৰাইলেও ভাল নয় ॥
মাৰিবাৰ পশুক যি জনে মুক্ত কৰে।
অশ্বমেধ যজ্ঞক যজিলে সিটো নৰে ॥ ২৯১২৪
যদি অন্য ভাৰ্য্যায়ে বা বেশ্যাধৰ্ম্ম ধৰে।
তাক ত্যাগ কৰিবেক ধৰ্ম্মৱন্ত নৰে ॥
যিটো কাৰ্য্যে দোষ নাহি কহিলো তোমাত।
আৰো যি পুছাহা কথা কহিবো সাম্প্ৰত ॥ ২৯১২৫
হেন শুনি যুধিষ্ঠিৰে ব্যাসত বদতি।
কিবা দ্ৰব্য ভক্ষ্য কিবা অভক্ষ্য সম্প্ৰতি ॥
দানৰ মধ্যত কাক প্ৰশস্ত বোলয়।
কোন পাত্ৰ অপাত্ৰ যে কহিয়ো নিৰ্ণয় ॥ ২৯১২৬
হেন প্ৰশ্ন শুনি পাচে ব্যাস মহামুনি।
কহো ইতিহাস সাৱধানে থাকা শুনি ॥

তুমি যিটো কথা পুছি আছাহা মোহোত।
ঋষিগণে পুছি আছে স্বয়ম্ভু মনুত ॥ ২৯১২৭
মনু বোলে শুনিয়োক সবে ঋষিগণে।
কহিবো তোমাত মই যথা লৱে মনে ॥
খাইবেক সুৱৰ্ণ ৰত্ন জলে কৰে স্নান।
দেৱস্থানে যাইবে ঘৃত কৰিবে ভোজন ॥ ২৯১২৮
এহি সবে পুৰুষক কৰয় পৱিত্ৰ।
কৈলো তোমাসাত আক্ৰমানিবা চিত্ৰ।
আয়ুসক বাঞ্ছাক কৰয় যিটো জন।
তিনি ৰাত্ৰি উষ্ণোদক কৰিবেক পান ॥ ২৯১২৯
অদত্তক কদাচিতো নকৰে গ্ৰহণ।
সদা দান কৰে তপ কৰে অধ্যয়ন ॥
সৰ্ব্বদায়ে হিংসা শূন্য অসত্য বৰ্জ্জিত।
ক্ৰোধক বৰ্জিব যজ্ঞ যজিব সতত ॥ ২৯১৩০
ইহাকে বোলয় ধৰ্ম্ম কৈলো তোমাসাত।
অধৰ্ম্ম বোলয় যাক শুনিয়ো সাক্ষাত ॥
সদায়ে গ্ৰহণ হিংসা অসত্য বোলয়।
ইহাকে অধৰ্ম্ম বুলি কৈলো মহাশয় ॥ ২৯১৩১
বিষৰ সমান ইটো খাইতে নুহি ভাল।
অপৰ নিষেধ কথা শুনিয়ো সকল ॥
যিটো মৎস্য বাকলিৰে হোৱয় বৰ্জ্জিত।
তাহাক ব্ৰাহ্মণে নখাইবেক কদাচিত ॥ ২৯১৩২
কচ্ছপত বাজে আৰো চতুষ্পাদচয়।
মণ্ডুকা সহিতে আৰো নখাইব নিশ্চয় ॥
ভেগুা হংস এৰাক আৰৰ চক্ৰবাক।
ময়ুৰ যে শেন ফেঞ্চা গৃধ্ৰ চিলা কাক ॥ ২৯১৩৩
চতুষ্পাদ পক্ষী জলচৰ পক্ষীচয়।
ইহাক খাইবেক জানা যোগ্য নুহিকয় ॥
চতুষ্পাদ পশুৰ নিষেধ কহো কথা।
শুনা ঋষিগণ আৰে শুনিয়ো ব্যৱস্থা ॥ ২৯১৩৪

ভুয়োফালে দন্ত চতুৰ্দ্দন্ত হোৱে যাৰ।
খৰ উট মানুষৰ সূতিকা ধেনুৰ ॥
মৃগী সমে ভেৰাৰ দেখাহা যত দুগ্ধ।
ব্ৰাহ্মণেও নখাইব যদ্যপি হোৱে শুদ্ধ ॥ ২৯১৩৫
প্ৰেতশ্ৰাদ্ধে উচ্ছিষ্ট থাকয় যিটো অন্ন।
সূতিকাৰ অন্ন নুভুঞ্জিবে কদাচন।
সূতিকা ধেনুৰ দুগ্ধ দশাহ ভিতৰে।
অভক্ষ্য বুলিয়া জানিবাহা ব্ৰাহ্মণৰে ॥ ২৯১৩৬
ৰাজঅন্নে ব্ৰাহ্মণৰ তেজক হৰয়।
শূদ্ৰ অন্ন খাইলে জানা ব্ৰাহ্মণ গুচয় ॥
সোণাৰীৰ অন্নে আয়ুসক কৰে ক্ষীণ।
অবিৰাৰ অন্নৰ কহিলো সেহি গুণ ॥ ২৯১৩৭
অৰ্থৰ বাঢ়িক লৈয়া কৰে প্ৰৱৰ্ত্তন।
বিষ্ঠা সম বুজিবাহা সি জনৰ অন্ন ॥
বেশ্যা নাৰী স্ত্ৰী যিটো পুৰুষসকল।
এসম্বাৰ অন্নে কৰে ইন্দ্ৰিয় বিকল ॥ ২৯১৩৮
বহুতৰ কৰি যিটো অৰ্থক আৰ্জয়।
আপুনি নখাৱে সিটো দিবে নপাৰয় ॥
সদায়ে অৰ্থক যিটো চিন্তে ৰাত্ৰি দিনে।
তাহাক কদৰ্য্য বুলি জানিবাহা মনে ॥ ২৯১৩৯
কদৰ্য্য জনৰ আৰো পণ্য বিক্ৰয়ীৰ।
তক্ষক ৰজক বৈদ্য চৰ্ম্মকাৰকীৰ ॥
ভ্ৰামত থাকয় সিটো অভিশপ্ত জন।
চিত্ৰকৰ্ম্ম কৰি যিটো কৰয় জীৱন ॥ ২৯১৪০
বেশ্যা স্ত্ৰীৰ হস্তে যিবা জীৱিকা কৰয়।
সদা উচটাৱে যিটো খেলে পাশাচয় ॥
ইসবৰ অন্ন যিটো অশুচি সতত।
জ্ঞানীজনে ইহাক নখাইবে কদাচিত ॥ ২৯১৪১
দেৱতা পিতৃক সদা কৰিবে অৰ্চ্চন।
অথিতি দ্বিজৰ পাচে সন্তোষিবে মন ॥
তেবেসে গৃহস্থে গৈয়া অন্নক ভুঞ্জিব।
সন্ন্যাসীৰ মতে জানা গৃহত বঞ্চিব ॥ ২৯১৪২
ভাৰ্য্যায়ে সহিতে গৃহে বঞ্চিব এমনে।
তেবেসে ধৰ্ম্মক লভিবেক সেহি জনে ॥
আৰো শুনিয়োক ঋষিগণ সৰ্ব্বজান।
কহিবোহো কেনে পাত্ৰে কৰিবেক দান ॥২৯১৪৩
দিনে দিনে মোৰ যশ বাঢ়োক লোকত।
এহি বুলি দান কৰে যিটো দুষ্টচিত্ত ॥
যিটো দান দিলে হুনিলেক ভস্ম মাজ।
তাৰ ফল নিষ্ফল জানাহা ঋষিৰাজ ॥ ২৯১৪৪
ভয়ত থাকিয়া দান নেদিবে সম্প্ৰতি।
উপকাৰী জনক নেদিবে মহামতি ॥
নৃত্য গীত কৰে যিটো অল্পতে হাসয়।
ইসবক দান দিলে ফল নাহিকয় ॥ ২৯১৪৫
গৰ্ব্বী যে উন্মত্ত চৌৰ হৰয় নিন্দিত।
বহুৰূপে বঞ্চি যিটো থাকয় সতত ॥
সকলে দ্ৰব্যত বিৰকত যাৰ মন।
দেহা গোটা হ্ৰস্ব আৰো যিটো অঙ্গহীন ॥২৯১৪৬
দুৰ্জ্জন জনত আৰো পতিত কুলত।
গায়ত্ৰী নথাকে জানা যিসব বিপ্ৰত ॥
কৃষ্ণবৰ্ণ হোৱে যদি যিটো বিপ্ৰচয়।
এসম্বাত দান দিলে ফল নাহিকয় ॥ ২৯১৪৭
শ্ৰোত্ৰিয় বিপ্ৰত দান কৰিবে সদায়।
তেবেসে দানৰ ফল অসংখ্যাত পাই ॥
অপাত্ৰত দানক কৰয় যিটো জন।
যদিবা অপাত্ৰ জনে কৰয় গ্ৰহণ ॥ ২৯১৪৮
যিটো দান দিয়ে জানা সিয়ো হোৱে ব্যৰ্থ।
উভয় জনৰ আৱে সাধয় অনৰ্থ ॥
যেন শিলা আলম্বে তৰিবে খোজে জল।
পাৰকো নপাই শিলা সমে যাই তল ॥ ২৯১৪৯

চিত্ৰকৰ নিৰ্ম্মিত যে কাষ্ঠৰ কুঞ্জৰ।
নাম মাত্ৰ হস্তী সিটো নুহিকে কাৰ্য্যৰ ॥
চৰ্ম্মৰ নিৰ্ম্মাণ কৰে দিব্য মৃগচয়।
তথাপি তাহাক যেন মৃগক বোলয় ॥ ২৯১৫০
জাতিত ব্ৰাহ্মণ হোৱে নজানয় শাস্ত্ৰ।
এহি তিনি জনৰ জানিবা নাম মাত্ৰ ॥
জানা যুধিষ্ঠিৰ মনু ঋষিৰ সম্বাদ।
কহিলো তোমাত শুনিলাহা অপ্ৰমাদ ॥ ২৯১৫১
শুনিয়োক নৰনাৰী ভাৰতৰ কথা।
ইটো পুণ্য নৰতনু নকৰাহা বৃথা ॥
মহাপুণ্যভূমি ইটো ভাৰত বৰিষে।
আত জন্ম লভিছা কৃষ্ণৰ কৃপালেশে ॥ ২৯১৫২
ব্ৰহ্মা আদি পুৰন্দৰ যত দেৱচয়।
ভাৰতত জন্ম দিবে সবেও বাঞ্ছয় ॥
হেন ভাৰতত জন্ম লভিয়া আছাহা।
হৰি নভজিয়া কেনে আয়ুস নিয়াহা ॥ ২৯১৫৩
হৰি সম দাতাৱন্ত দেৱ নাহি আন।
শ্ৰৱণ কীৰ্ত্তনে মাত্ৰ কৰে পৰিত্ৰাণ ॥
হেন কৃষ্ণ চৰিত্ৰ শ্ৰৱণে কৰি পান।
জনম সাফল কৰা বৰ্জি যমস্থান ॥ ২৯১৫৪
হেন শুনি এৰা সবে বিষয় জপ্তাল।
নিচিন্তি আছস হেৰা পাইলে আসি কাল ॥
দ্বিজ, লক্ষ্মীনাথে বোলে ভজা হৰিপদ।
বোলা ৰাম হৰি তেবে খণ্ডিব আপদ ॥ ২৯১৫৫

—ঃ❋ঃ—

### যুধিষ্ঠিৰৰ ৰাজধৰ্ম্মবিষয়ক প্ৰশ্ন

নিগদতি যুধিষ্ঠিৰ শুনিয়োক দ্বিজবৰ
মোহোৰ মনৰ কথা যত।
যি কহিলা কথাচয় শুনন্তে অমৃতময়
আৰো শুনিবাক যায় চিত্ত ॥
ৰাজধৰ্ম্ম নৃপতিৰ শুনিবাক কৰো ইচ্ছা
যেন ধৰ্ম্ম চাৰিয়ো বৰ্ণৰ।
আপদত যেন নীতি ধৰিবোহো মহামতি
কোন ধৰ্ম্ম লৈবো মহিয়াৰ ॥ ২৯১৫৬
ধৰ্ম্ম আচৰিলো হন্তে কিমতে পালিবো ৰাজ
ৰাজ্য প্ৰতিপাল ধৰ্ম্ম নোহে।
দেখোহো বিৰুদ্ধ বৰ সংশয় লাগয় মোৰ
কহিয়োক তুমি পিতামহে ॥
বৈশম্পায়ন বদতি শুনা ৰাজা মহামতি
যেবে প্ৰশ্ন কৈলা যুধিষ্ঠিৰে।
শুনি সত্যৱতীসুতে বুলিলেক আতি দ্ৰুতে
মুখ চাই নাৰদ ঋষিৰে ॥ ২৯১৫৭
শুনিয়োক ধৰ্ম্মৰাজ কহিবো তোমাত কাৰ্য্য
যদি ধৰ্ম্ম শুনা নিৰন্তৰে।
তোমাৰ মনৰ যত সংশয় আছয় মানে
ছেদিবন্ত গঙ্গাৰ কুমাৰে ॥
যাক ভাগীৰথী দেৱী জন্মাইলেক পুত্ৰ কৰি
সমস্ত ধৰ্ম্মক তেহো জানে।
মনুষ্যৰ শৰীৰত ইন্দ্ৰ আদি দেৱ যত
সকলে দেখিলে বিদ্যমানে ॥ ২৯১৫৮
বৃহস্পতি গুৰু যত ৰাজনীতি জানি আছে
শুক্ৰেও জানন্ত যত যত।
শান্তনুনন্দনে পাচে নীতিসব শিখিলেক
দেৱগুৰু আৰৰ শুক্ৰত ॥
পূৰ্ণ ভাগৱত হন্তে চ্যৱন ঋষিত আৰে
বেদ যে বেদাঙ্গ শিখিলেক।
বশিষ্ঠত হন্তে যাই সনতকুমাৰ ঠাই
তত্ত্বজ্ঞান সমস্তে পাইলেক ॥ ২৯১৫৯
জাতি ধৰ্ম্ম নিৰন্তৰ মাৰ্কণ্ডেয় ঋষিত যে
সমস্তে লভিলা গঙ্গাসুতে।
পৰশুৰামত অস্ত্ৰ শিখিলেক অসংখ্যাত
আৰো শিখিলেক শক্ৰ হন্তে ॥
মনুষ্যত্ব জন্মি যিটো মৃত্যুক জিনিয়া আছে
তাস্ত কৰি জ্ঞানী নাহি আন।

নাহিকে সন্ততি যাৰ পুণ্য স্থান নাহি তাৰ
তথাপি লভিলে পুণ্য স্থান ॥২৯১৬০
মহা পুণ্যৱন্ত ঋষি সভাসদ হুয়া বসি
থাকে কৃষ্ণকথাক বখানি।
কিঞ্চিতেক অবিদিত নাহিকে যাহাৰ মনে
আতি দানৱন্ত মহামানী ॥
যেখনে অৰ্জ্জুনে ঘোৰ সমৰে পেলাইলা তাক
তেতিক্ষণে এৰিলেক প্ৰাণ।
জানা তুমি ধৰ্ম্মৰাজ কৰিয়ো এমন কাজ
চলি যায়ো গাঙ্গেয়ৰ স্থান ॥ ২৯১৬১
যত ধৰ্ম্ম লাগে মানে জিজ্ঞাসিয়ো তান স্থানে
কহিবেক সকলে তোমাত।
ব্যাসৰ বচন শুনি কুন্তীসুতে মনে গুণি
পুনৰপি কহন্ত কাহাৰ্ত ॥
শুনিয়োক দ্বিজশ্ৰেষ্ঠ মোত হন্তে যত কষ্ট
লভি আছে গঙ্গাৰ নন্দনে।
কোন মুখে তান ঠাই জিজ্ঞাসিবো ধৰ্ম্ম যাই
মোত কহিবেক কোন গুণে ॥২৯১৬২
যেহেন কৰিলো কৰ্ম্ম শুনি শিহৰয় ৰোম
জ্ঞাতিক কৰিলো সৰ্ব্বনাশ।
পৃথিৱীৰ ৰাজাচয় সমৰে কৰিলো ক্ষয়
নথৈলোহো পিণ্ড-জল আশ ॥
পিতামহ ধৰ্ম্মৱন্ত যুদ্ধ কৰে স্বধৰ্ম্মত
আমি তাঙ্ক ছদ্মেৰে বধিলো।
সম্প্ৰতি তাহান আগে কেনে মুখ দেখাইবোহো
ভাবিতে ভাবিতে হত ভৈলো ॥২৯১৬৩
বৈশম্পায়ন ঋষি পাচে কহে জন্মেজয় আগে
হেন শুনি দেৱ জনাৰ্দ্দন।
যুধিষ্ঠিৰ নৃপতিক সম্বোধিয়া বুলিলেক
শুনা দদা স্থিৰ কৰি মন ॥
ইদানিক শোক তুমি দূৰ কৰিয়োক ৰাজা
হোৱে যেন উচিত সম্প্ৰতি।
ভগৱন্ত ব্যাসদেৱ যি কহি আছয় কথা
তাক কৰিয়োক মহামতি ॥ ২৯১৬৪

দেখা ইটো বিপ্ৰচয় তযু ভ্ৰাতৃ চতুষ্টয়
সৰ্ব্বদায় আছন্ত উপাসি।
যেন নৰে উষ্ণ পাই মেঘক আহ্বান কৰে
শীঘ্ৰে বৃষ্টি কৰিয়োক আসি ॥
সেহিমতে তোমাসাক সকলোৱে বাঞ্ছা কৰে
সমস্তৰে পূৰিয়োক মন।
হতশেষ ৰাজা যত আসিয়া আছয় এথা
দেখা তুমি প্ৰতি জনে জন ॥ ২৯১৬৫
তোমাৰ দেশস্থ লোক আসি সবে আছা যত
তযু প্ৰিয়া দেখো দ্ৰৌপদীৰ।
সকলৰ প্ৰীতি সাধি চিত্ত দৃঢ় কৰিয়োক
ৰাখিয়োক বচন ঋষিৰ ॥
পাচে বৈশম্পায়ন মুনি কহে জন্মেজয় আগে
শুনা ৰাজা কহিবো সকলে।
কৃষ্ণৰ ব্যাসৰ যত প্ৰবোধ শুনিয়া বাণী
তযু পিতামহ মহাবলে ॥ ২৯১৬৬
প্ৰজাৰ সাধিয়া হিত শোক দুখ আছে যত
দূৰ কৰি ভৈলা স্বস্থ মন।
নিজ নগৰক লাগি যাইবে চিত্ত কৰিলেক
সম্মুখি সঙ্গৰ যত জন ॥
যতেক নৃপতিগণ ৰাজাৰ সঙ্গত আছে
বিপ্ৰগণ আছে যত যত।
যেন চন্দ্ৰমাক বেঢ়ি নক্ষত্ৰে কৰয় গতি
ৰাজায়ো চলিলা সেহিমত ॥২৯১৬৭
শুনিয়োক সৰ্ব্বজন পুণ্য কথা ভাৰতৰ
শ্ৰৱণতে পাতক পলাই।
পুণ্য সাঞ্চা অভ্যুদয় কৃষ্ণত ভকতি হয়
অন্তে বৈকুণ্ঠত লোৱা ঠাই ॥
তপ জপ যজ্ঞ দান গঙ্গা আদি তীৰ্থ স্নান
ইহাৰ শ্ৰৱণে সবে মিলে।
ইটো গৃহবাসচয় এৰি ভজা কৃপাময়
দেখা আয়ু যায় তিলে তিলে ॥ ২৯১৬৮
ভক্তৰ দায়াত হৰি বৈকুণ্ঠকো পৰিহৰি
ৰাখিয়া ফুৰয় পাচে পাচে।

দীন দায়াশীল দেৱ ভকত বৎসল স্বামী
তান্ত বিনে কোন দেৱ আছে ॥
ভকতৰ দেখি দুখ প্ৰভুৰ নাহিকে সুখ
দেখা যুধিষ্ঠিৰত প্ৰমাণ ।
তাহাৰ মনৰ শোক দূৰ কৰাইবাক লাগি
কহিলাহা নানা দিব্যজ্ঞান ॥২৯১৬৯
হেন হৰি নভজিয়া নিশ্চিন্ত আছস কেনে
যমে তৈতে আছে বাট চাই ।
যেবে আয়ু যাই নষ্ট যমদূতে আসি কষ্ট
দিবে নৰ্ক ভুঞ্জাইবে সদায় ॥
দ্বিজ লক্ষ্মীনাথে ভণে শুনিয়োক সৰ্ব্বজনে
কৃষ্ণপদে ভজা নিষ্ট কৰি ।
নষ্ট হুইব পাপচয় এৰাইবা যমৰ ভয়
নিৰন্তৰে বোলা হৰি হৰি ॥ ২৯১৭০

—*০*—

পাণ্ডৱসকলৰ হস্তিনাপুৰলৈ গমন

ঝুমুৰী

পাচে যুধিষ্ঠিৰ ৰায় ।
ব্ৰাহ্মণগণক পাই ॥
নানাবিধ দিয়া দান ।
সবাৰে পূৰিলা মন ॥ ২৯১৭১
সেৱিলেক নম্ৰ হুই ।
শিৰেৰে মহীক ছুই ॥
বিপ্ৰে দিলা আশীৰ্ব্বাদ ।
যায়ো ৰাজা অপ্ৰমাদ ॥ ২৯১৭২
বিপ্ৰতে মেলানি কৰি ।
পাচে নৰ ৰথে চড়ি ॥
ৰথৰ ষোড়শ ঘোঁৰা ।
বায়ু তাৰ নোহে জোৰা ॥২৯১৭৩
নানা চিত্ৰ বিচিত্ৰিত ।
ৰথখান বিপৰীত ॥
ভাটগণে চতুৰ্ভিতি ।
বেঢ়িয়া কৰয় স্তুতি ॥ ২৯১৭৪
ৰথখান শুক্লবৰ্ণ ।
দেখিয়া মোহয় মন ॥
হেন ৰথে পয়োসাৰ ।
যুধিষ্ঠিৰ নৃপবৰ ॥ ২৯১৭৫
ভীমেয়ো সাৰথি ভৈলা ।
বাবজৰী হাতে লৈলা ॥
শুক্লবৰ্ণ আত চিত্ৰ ।
অৰ্জ্জুনে ধৰিলা ছত্ৰ ॥ ২৯১৭৬
দেখা শুক্ল মেঘগণ ।
শোভে আকাশত যেন ॥
সেহিমতে নৃপতিৰ ।
ছত্ৰে প্ৰকাশয় শিৰ ॥ ২৯১৭৭
নকুল সহদেৱ দুই ।
চামৰ ব্যজন লই ॥
শোভন চামৰ শ্বেত ।
কৰি আছে অলঙ্কৃত ॥ ২৯১৭৮
পাঞ্চো ভাই একে ৰথে ।
চলি যান্ত ৰাজপথে ॥
সাত্যকি সহিতে হৰি ।
হেমময় ৰথে চড়ি ॥ ২৯১৭৯
চলি যান্ত পাচে পাচে ।
কাচি পাৰি বীৰ কাছে ॥
যুধিষ্ঠিৰ কৰি আগ ।
ধৃতৰাষ্ট্ৰ মহাভাগ ॥ ২৯১৮০
গান্ধাৰীক সঙ্গে কৰি ।
চতুৰ্দ্দোলে যান্ত চড়ি ॥
কুন্তী কৃষ্ণা মুখ্য কৰি ।
কৌৰৱৰ যত নাৰী ॥ ২৯১৮১

স্বকী স্বকী ৰথে চৰি।
চলি যান্ত দৰদৰি ॥
হয় হস্তী অপৰ্য্যন্ত।
ৰথে চলে অসংখ্যাত ॥২৯১৮২
পদাতিৰ লেখা নাই।
জুমে জুমে চলি যায় ॥
কতো হস্তী ঘোঁৰে-ৰথে।
হস্তিনাপুৰৰ পথে ॥২৯১৮৩
যান্ত সবে ৰঙ্গ কৰি।
শোভা কৰে শাৰী শাৰী ॥
চতুৰ্দ্দিশে শুনি ৰোল।
কৰি যাই মাত বোল ॥২৯১৮৪
শুনা সবে নৰ নাৰী।
কথা ইটো পুণ্যকাৰী ॥
শ্ৰৱণে মিলয় সুখ।
দূৰ হোৱে মন দুখ ॥২৯১৮৫
হৰি বিনে বন্ধু নাই।
তান নাম ফুৰা গাই ॥
দেখা যত গৃহ-বাৰী।
সকলে অনৰ্থকাৰী ॥২৯১৮৬
পুত্ৰ ভাৰ্য্যা ধন জন।
জানা সবে অকাৰণ ॥
মৰি যাইবা একেশ্বৰে।
ধন জন নিৰন্তৰে ॥২৯১৮৭
ইঠাইতে থাকিবে পৰি।
যাতনা ভুঞ্জাইবে ধৰি ॥
বুজি সবে উচ্চ কৰি।
সঘনে ঘুষিয়ো হৰি ॥২৯১৮৮

—০—

### হস্তিনাপুৰত পাণ্ডৱৰ সমাদৰ

**পদ**

এহিমতে সসৈন্যে সহিতে পাণ্ডুগণ।
হস্তিনাপুৰক লাগি কৰিলা গমন ॥
এহি কথা নগৰ নিবাসী যত জনে।
পাণ্ডৱ আসিল বুলি শুনিলা শ্ৰৱণে ॥২৯১৮৯
পৰম আনন্দ মন ভৈলেক সবাৰ।
ৰাজমাৰ্গ নগৰ কৰিলা জাতিঙ্কাৰ ॥
দিব্য ঘট প্ৰদীপ থৈলেক শাৰী শাৰী।
কদলী পুতিয়া আম ডালি দিলা আৰি ॥২৯১৯০
থানে থানে পুতিলেক ধ্বজ যে তোৰণ।
এহিমতে নগৰক কৰিলা শোভন ॥
দিব্য শুক্ল মালা আৰি থৈলেক প্ৰচুৰ।
অগৰু ধূপৰ গন্ধে মোহে বহু দূৰ ॥২৯১৯১
থানে থানে সুন্দৰী ৰমণী কন্যাগণ।
গৌৰবৰ্ণ সুলক্ষণী দেখিতে শোভন ॥
কাষে হেম ঘট আতি দেখি জাতিঙ্কাৰ।
মঙ্গলৰ দ্ৰব্য লৈয়া পাৰয় জোকাৰ ॥২৯১৯২
সুহৃদ সহিতে পাণ্ডৱৰ পাঞ্চ ভাই।
আপুন নগৰে পাচে প্ৰৱেশিলা যাই ॥
যেতিক্ষণে নগৰত ভৈলেক প্ৰৱেশ।
নগৰৰ প্ৰজাৰ মাগিল উসমিস ॥২৯১৯৩
দেখিবাক লাগি সবাহানে ভৈল চিত।
বসন ভুষণ আনি চড়াইলা গাৱত ॥
লাস বেশ কৰি কোটি কোটি প্ৰজাগণ।
যুধিষ্ঠিৰ সমে দেখিলাহা পাঞ্চ জন ॥২৯১৯৪
আসিল পাণ্ডৱ হেন শুনি কন্যাগণ।
আনন্দে দ্ৰৱিল চিত্ত হৰাইল চেতন ॥
পিন্ধি নেতশাৰী লৈলা কৰ্ণত কুণ্ডল।
বস্ত্ৰ অলঙ্কাৰে গাৱ কৰে ঝলমল ॥২৯১৯৫

শিখত সিন্দুৰ খোপা বান্ধি উচ্চ কৰি।
মালতীৰ চাকি পিন্ধি ৰঞ্জিলেক ৰবি ॥
এহিমতে কাচি পাৰি গৃহে চড়িলন্ত।
কন্যাৰ ভৰত যেন গৃহ ভাগি যান্ত ॥ ২৯১৯৬
তাহাত চড়িয়া সবে নিহালিয়া চাই।
চাহন্তে চাহন্তে যেন তৃপিতি নপায় ॥
হেন দেখি সখীগণে চাহি অন্যোঅন্যে।
পাঞ্চ ভাইক প্ৰশংসা কৰয় ঘনে ঘনে ॥ ২৯১৯৭
ধন্য ধন্য সুভাগিনী দ্ৰুপদদুহিতা।
আতি পতিব্ৰতা পাঞ্চ ভাই বিবাহিতা ॥
পাঞ্চ স্বামী শুশ্ৰুষা কৰয় ভাগ্যৱতী।
বশিষ্ঠৰ ভাৰ্য্যা যেন দেখি অৰুন্ধতী ॥ ২৯১৯৮
ব্ৰত উপবাসে যিটো মনত বাঞ্ছিলা।
সিসব বাঞ্ছনি সাৰশেষে সিদ্ধি পাইলা ॥
তোমাৰ সমান কেহো নাহি ভাগ্যৱতী।
পাঞ্চ শ্ৰেষ্ঠ পুৰুষক লভি আছা পতি ॥ ২৯১৯৯
এহিমতে নগৰ নিবাসী কন্যা যত।
অন্যোঅন্যে দ্ৰৌপদীত প্ৰশংসা কৰন্ত ॥
এহিমতে কথামাতে নগৰ কল্লোল।
হাত মেলি প্ৰজা যেন পাইল স্বৰ্গকোল ॥২৯২০০
প্ৰজাক নিহালি ৰাজা চাহে চতুৰ্দ্দিশ।
পাচে মন্দিৰত গৈয়া ভৈলন্ত প্ৰৱেশ ॥
পাত্ৰ মন্ত্ৰী গৈয়া পাচে বসিলা আবৰি।
নানা প্ৰীতি বাক্যচয় বুলিলা সাদৰি ॥ ২৯২০১
ধন্য ধন্য ৰাজা ৰাজ্য পাইলা অবিকলে।
ধৰ্ম্মৰ কাৰণে আৰো নিজ বাহুবলে ॥
পৰম আনন্দ মন ভৈলেক আমাৰ।
ধন্য ৰাজা যুধিষ্ঠিৰ পাণ্ডুৰ কুমাৰ ॥ ২৯২০২
শতেক বৎসৰ হৌক তোমাৰ কল্যাণ।
ৰাজা হুয়া ধৰ্ম্মে প্ৰজা কৰাহা পালন ॥
ইন্দ্ৰে যেন স্বধৰ্ম্মেৰে দেৱক পালয়।
তুমি সেহিমতে পালিয়োক মহাশয় ॥ ২৯২০৩
পাচে বিপ্ৰগণে কৰিলেক বেদনাদ।
নৃপতিক দিলা কৌতূহলে আশীৰ্ব্বাদ ॥
কৰযোৰে গ্ৰহণ কৰিলা নৃপবৰ।
আত হন্তে পশিলেক গৃহ অভ্যন্তৰ ॥ ২৯২০৪
দেৱৰাজ সম গৃহ প্ৰকাশে শোভন।
মণি মৰকত স্তম্ভ খচিত ৰতন ॥
অভ্যন্তৰে দেৱতাক কৰিলা পূজন।
গন্ধ পুষ্প মাল্য দিলা অনেক ৰতন ॥ ২৯২০৫
পাচে গৃহ হন্তে বাজ ভৈলা যুধিষ্ঠিৰ।
দেখিলাহা বিপ্ৰগণ পৰম সুন্দৰ ॥
দেখি বিপ্ৰগণে পাচে গৈলা আগবাঢ়ি।
আশীৰ্ব্বাদ কৰো বুলি ধৰিলা আবৰি ॥ ২৯২০৬
সি বেলাত নৃপতিক দেখিতে শোভন।
চন্দ্ৰমা উদিত যেন নিৰ্ম্মল গগন ॥
তাৰাগণে আবৰি কৰয় যেন কান্তি।
যুধিষ্ঠিৰ ৰাজা সেহিমতে প্ৰকাশন্তি ॥ ২৯২০৭
বিপ্ৰসকলক ৰাজা পূজি বিধিৱতে।
নমস্কাৰ কৰিলেক হুয়া অৱনতে ॥
গো বস্ত্ৰ সুৱৰ্ণক কৰিলেক দান।
নানা ভাৱে সবাহাকো কৰিলা সম্মান ॥ ২৯২০৮
বিপ্ৰগণে বেদ পঢ়িলেক উচ্চৈঃস্বৰে।
পৰম আনন্দ পাইলা শুনি নৃপবৰে ॥
আত হন্তে দুন্দুভি শঙ্খৰ ভৈলা নাদ।
জয় জয় কৰি প্ৰজা হুয়া নিশবদ ॥ ২৯২০৯

### চাৰ্বাক ৰাক্ষস বধ

আত অনন্তৰে কথা শুনা জন্মেজয়।
বিপ্ৰৰূপে ৰাক্ষসেক আসিল নিৰ্ভয় ॥

নামত চাৰ্ব্বাক ইটো দুৰ্য্যোধন সখি।
কৰত ত্ৰিদণ্ড মাথে ময়ূৰৰ পাখি ॥ ২৯২১০
ছদ্মৰূপ ধৰি পাচে ৰাক্ষস দুৰ্জ্জন।
বিপ্ৰৰ মধ্যত গৈয়া ভৈলা উপসন ॥
পাণ্ডৱক নিন্দা কৰিবাক ভৈলা চিত্ত।
কেহো নোপোছয় তভো কৰিলা বিদিত ॥২৯২১১
চাৰ্ব্বাক বদতি কথা শুনা কুন্তীসুত।
দেখা এহি বিপ্ৰে কহি আছয় মোহোত ॥
পৃথিবীত তুমি সে কুৎচিত নৰপতি।
সকলো জ্ঞাতিক ৰণে বধিলা সম্প্ৰতি ॥ ২৯২১২
বন্ধুক বধিলা ইটো ৰাজ্য লাগে কিক।
জানা মহাৰাজা তোমাসাৰ ধিক ধিক ॥
বান্ধৱ গুৰুক বধি ৰাজ্যে নাহি কাজ।
কিসক লাগিয়া তুমি জীয়া মহাৰাজ ॥ ২৯২১৩
হেন নিন্দা বাক্য পাচে শুনি অসুৰৰ।
সমস্তে বিপ্ৰৰ ক্ৰোধে কাম্পে কলেবৰ ॥
দুৰ্জ্জনৰ বাক্যে হৃদয়ক বিদাৰিলা।
দুঃসহ ক্ৰোধত গালি পাৰিবাক লৈলা ॥ ২৯২১৪
বিপ্ৰগণ সমে যুধিষ্ঠিৰ নৰপতি।
লজ্জা পায়া সবাহানে থাকিলা নমাতি ॥
পাচে নম্ৰ হুয়া ৰাজা বিপ্ৰত বদতি।
মোহোত প্ৰসন্ন তোৰা হুয়োক সম্প্ৰতি ॥২৯২১৫
অল্প দিন মাত্ৰ ভৈল শোক গুচিবাৰ।
তথাপিতো মোক কেনে কৰাহা ধিক্কাৰ ॥
বৈশম্পায়নে বোলে আৰে শুনা নৰেশ্বৰ।
হেন যদি মিনতি কৰিলা যুধিষ্ঠিৰ ॥ ২৯২১৬
ব্ৰাহ্মণে শুনিয়া বোলে আশীষ বচন।
তোমাসাৰ শ্ৰী হৌক জানা সৰ্ব্বক্ষণ ॥
ইসব বচন আমি কেহো বোলা নাই।
কৈৰ হন্তে ইটো দুষ্ট আইল তযু ঠাই ॥২৯২১৭
এহি বুলি বিপ্ৰগণে ধ্যান কৰি চাইলা।
চাৰ্ব্বাক ৰাক্ষস বুলি মনে গুণি পাইলা ॥
বিপ্ৰগণে বোলে শুনা পাণ্ডুৰ কুমাৰ।
বিপ্ৰ নোহে জানা ইটো চাৰ্ব্বাক অসুৰ ॥ ২৯২১৮
দুৰ্য্যোধন সমে আৰ আছে মিত্ৰৱতি।
সি কাৰণে তোমাক নিন্দয় মন্দমতি ॥
দুৰ্য্যোধন নৃপতিৰ সাধি হিত কাজ।
সি কাৰণে আইল দুষ্ট তোমাৰ সমাজ ॥ ২৯২১৯
এতেকে নৃপতি আত কিছো শঙ্কা নাই।
কল্যাণে থাকিয়ো তুমি সমে পাঞ্চো ভাই ॥
বৈশম্পায়ন বদতি শুনিয়ো মহাৰায়।
পাচে যেন ভৈল কথা শুনা অভিপ্ৰায় ॥ ২৯২২০
অসুৰক লাগি বিপ্ৰ ক্ৰোধত জ্বলিলা।
হুঙ্কাৰ কৰিয়া পাচে অসুৰ বধিলা ॥
ইন্দ্ৰবজ্ৰ পৰি যেন বৃক্ষ ভৈল দগ্ধ।
সেহিমতে ৰাক্ষসক বিপ্ৰে কৈলা বধ ॥ ২৯২২১
পাচে যুধিষ্ঠিৰ ৰাজা আনন্দ লভিলা।
পাদ্য অৰ্ঘে ধনে ৰত্নে দ্বিজক পূজিলা ॥
ৰাজাৰ পূজাত ঋষিসব তুষ্ট ভৈলা।
প্ৰশংসিয়া আপুনাৰ গৃহে চলি গৈলা ॥ ২৯২২২
পাইলা হৰ্ষ যুধিষ্ঠিৰ সমে পাণ্ডুগণে।
আনন্দ লভিলা সবে ইষ্ট আপ্ত জনে ॥
আত অনন্তৰে কথা শুনা জন্মেজয়।
কৃষ্ণৰ মনত কিছো লাগিল সংশয় ॥ ২৯২২৩
দদা যুধিষ্ঠিৰ ধৰ্ম্মৱন্ত শিষ্ট লোক।
ৰাক্ষসৰ বাক্যে জানো লভিলেক শোক ॥
এহি কথা কৃষ্ণদেৱে মনত ভাবিলা।
শোক গুচাইবাক লাগি ৰাজাক বুলিলা ॥ ২৯২২৪
শ্ৰীকৃষ্ণ বদতি শুনা কুন্তীৰ নন্দন।
ইটো পৃথিবীত দেখা বাৰ বিপ্ৰগণ ॥

তাহান চৰণে মই কৰোহো বন্দন ।
পাদ্য অৰ্ঘ দিয়া নিতে কৰোহো পূজন ॥ ২৯২২৫
জানা দদা তোমাসাত কহিবো নিষ্টতা ।
ইটো পৃথিবীত জানা বিপ্ৰেসে দেৱতা ॥
ব্ৰহ্মক জানয় শাস্ত্ৰৰ যে জানে নীতি ।
অল্প তুতি মাত্ৰে তুষ্ট হৱয় সম্প্ৰতি ॥ ২৯২২৬
ইটো বিপ্ৰগণে দেখা বধিছে অসুৰ ।
ইহাৰ কাহিনী কহো শুনাহা পূৰ্ব্বৰ ॥
পূৰ্ব্বে সত্যযুগে ইটো চাৰ্ব্বাক ৰাক্ষসে ।
বদৰিকাশ্ৰমে গৈলা তপ অভিলাষে ॥ ২৯২২৭
ঘোৰ তপ কৰিলেক অনেক বৎসৰ ।
তুষ্ট হুয়া পাচে দেখা দিলা সৃষ্টিকৰ ॥
চাৰ্ব্বাকক পিতামহে বুলিলা উত্তৰ ।
তোৰ তপ দেখি আমি তুষ্ট ভৈলো বৰ ॥ ২৯২২৮
যিবা বৰ লাগে তোক লৈয়োক এখন ।
হেন শুনি ৰাক্ষসে মাতিলা তেতিক্ষণ ॥
যদি সৃষ্টিকৰ তুমি মোক দিয়া বৰ ।
সংসাৰত প্ৰাণী যত আছে নিৰন্তৰ ॥ ২৯২২৯
কাতো হন্তে মোৰ ভয় যেন নোপোজয় ।
এহি বৰ প্ৰভু মোক দিয়োক নিশ্চয় ॥
এহি হৌক বুলি বৰ দিলা প্ৰজাপতি ।
কিন্তু বৰ ছিদ্ৰ কহো শুনিয়ো সম্প্ৰতি ॥ ২৯২৩০
যেতিক্ষণে বিপ্ৰক কৰস অপমান ।
তেতিক্ষণে জান তোৰ হৈবেক নিৰ্য্যাণ ॥
বৰ দিয়া নিজস্থানে ব্ৰহ্মা চলি গৈলা ।
শুনা দদা যুধিষ্ঠিৰ পাচে যেন ভৈলা ॥ ২৯২৩১
বৰ পাই তাহাৰ দুগুণে বল ভৈলা ।
দেৱতাগণক হিংসা কৰিবাক লৈলা ॥
অসুৰত হন্তে দেৱে বৰ ভয় পাইলা ।
সবে মিলি ব্ৰহ্মাৰ নিকটে চলি গৈলা ॥ ২৯২৩২

দেৱগণ বদতি শুনিয়ো সৃষ্টিকৰ ।
আমাসাৰ যেন মহা ভৈল অথন্তৰ ॥
চাৰ্ব্বাক ৰাক্ষসে তোমাসাত বৰ পাই ।
আমাৰ কৰিলে সিটো অনেক বিলাই ॥ ২৯২৩৩
তাত হন্তে কেনে ৰক্ষা পৰো দেৱগণ ।
ইহাৰ উপায় তুমি কৰিয়ো এখন ॥
দেৱৰ শুনিয়া হেন বচন বিধাতা ।
বোলে দেৱগণ কিছো নকৰিবা চিন্তা ॥ ২৯২৩৪
যেতিক্ষণে তাক মই দেওঁ বৰ দান ।
তেতিক্ষণে তাৰ মৃত্যু কৰিছো বিধান ॥
পৃথিৱীত দুৰ্য্যোধন হইবেক নৃপতি ।
তান সঙ্গে ৰাক্ষসে কৰিব মিত্ৰৰতি ॥ ২৯২৩৫
দুৰ্য্যোধন নৃপতি যেখনে বধ যাইব ।
তাৰ হিত চিন্তি ইটো বিপ্ৰক হিংসিব ॥
বিপ্ৰৰ হুঙ্কাৰ লাগি মৰিব দুৰ্জন ।
ভয় পৰিহৰি স্বস্থ হুয়ো দেৱগণ ॥ ২৯২৩৬
এহিমতে ব্ৰহ্মায়ে দেৱক সম্বোধিলা ।
দেৱগণো পাচে স্বকী থানে চলি গৈলা ॥
সেহিটো চাৰ্ব্বাক ইটো সদা যুধিষ্ঠিৰ ।
ব্ৰাহ্মণৰ শাপে মৰি গৈলা যমপুৰ ॥ ২৯২৩৭
এতেকতে সদা তব শোক সুযুৰাই ।
পূৰ্ব্বাপৰ কথা মই কহিলো বুজাই ॥
স্বধৰ্ম্মত থাকি সিটো যত ক্ষত্ৰী লোক ।
যুদ্ধ যজ্ঞে স্বৰ্গে গৈলা সুযুৰাই শোক ॥ ২৯২৩৮
ধৈৰ্য্য ধৰি যিটো কাৰ্য্য কৰিবে লাগয় ।
তাহাক কৰিয়ো যুধিষ্ঠিৰ মহাশয় ॥
শত্ৰুক বধিয়া প্ৰজা কৰাহা ৰক্ষণ ।
ব্ৰাহ্মণক নিতে নিতে কৰাহা অৰ্চ্চন ॥ ২৯২৩৯

### যুধিষ্ঠিৰৰ ৰাজ্যাভিষেক

বৈশম্পায়ন বদতি শুনিয়োঁ নৰেশ্বৰ।
তযু পিতামহ যেন দ্বিতী পুৰন্দৰ ॥
বন্ধু বান্ধৱৰ আৰে শোক দূৰে গৈল।
আপুনাৰ হিত কাৰ্য্য চিন্তিবাক লৈল ॥ ২৯২৪০
কৃষ্ণে বুলিলেক দদা শুনিয়োঁ নৃপতি।
অভিষেক কাল আসি ভৈল উপস্থিতি ॥
ৰাজ্য অভিষেক হোক আঁসা বাহিৰক।
কৃষ্ণৰ বচনে যুধিষ্ঠিৰ আসিলেক ॥ ২৯২৪১
বাহিৰে আসিয়া পাচে পূৰ্ব্বমুখ ভৈলা।
ৰত্নময় সিংহাসনে উঠিয়া বসিলা ॥
ৰাজাৰ আগত এক সুবৰ্ণ আসনে।
সাত্যকি সহিতে বসিলন্ত নাৰায়ণে ॥ ২৯২৪২
নৃপতিক মধ্য কৰি ভীম যে অৰ্জ্জুনে।
বসিলেক দুয়ো দিব্য ৰত্নৰ আসনে ॥
গজদন্তে নিৰ্ম্মি আছে দিব্য সিংহাসন।
ৰতনে খচিত আতি দেখিতে শোভন ॥ ২৯২৪৩
হেন আসনত দুয়ো মাদ্ৰীৰ কুমাৰে।
কুন্তী সমে তিনিয়ো বসিলা একেতৰে ॥
স্বধৰ্ম্ম ব্ৰাহ্মণ ধৌম্য আৰৰ বিদুৰ।
তাহাত বসিলা তিনি আসনে স্বৰ্ণৰ ॥ ২৯২৪৪
ধৃতৰাষ্ট্ৰ নৃপতি আসিলা সেহি থানে।
অৱশিষ্ট কৌৰৱ আছিল যতমানে ॥
সবে আসি স্বকী স্বকী আসনে বসিলা।
সঞ্জয় সহিতে গান্ধাৰীয়ো আসি ভৈলা ॥ ২৯২৪৫
তাত পাচে যুধিষ্ঠিৰে কৰিয়া আচান্ত।
মঙ্গলৰ দ্ৰব্য সমস্তকে স্পৰ্শিলন্ত।
পাত্ৰ মন্ত্ৰীসকলে ধৌম্যক আগ কৰি।
নিকটে বসিলা মঙ্গলৰ দ্ৰব্য ধৰি ॥ ২৯২৪৬
মৃত্তিকাৰ সুবৰ্ণৰ আৰো ৰজতৰ।
নানা ৰঙে নিৰ্ম্মিলেক ঘট নিৰন্তৰ ॥
পঞ্চ পল্লৱক দিয়া থৈলা শাৰী শাৰী।
পূৰ্ণ কৰি দিয়া আছে সুগন্ধিত বাৰি ॥ ২৯২৪৭
তাম্ৰ সুবৰ্ণৰ ৰজতৰ মৃত্তিকাৰ।
পূৰ্ণকুম্ভ কৰি তাৰ থৈলেক বিস্তৰ ॥
সমিধ পলাশ যজ্ঞকাষ্ঠ নিৰন্তৰ।
স্ৰুক স্ৰুৱ কৰি তাত থৈলেক তাম্ৰৰ ॥ ২৯২৪৮
সুবৰ্ণে ভূষিত এক শঙ্খ বিতোপন।
যজ্ঞৰ স্থানত তাক কৰিলা স্থাপন ॥
কৃষ্ণৰ আদেশে পাচে ধৌম্য পুৰোহিত।
বেদিকা নিৰ্ম্মিলা আতি কৰিয়া শোভিত ॥ ২৯২৪৯
বিধিৱতে তাত নিয়া অগ্নিক থাপিলা।
তাহাৰ সমীপে এক মণ্ডল নিৰ্ম্মিলা ॥
মণ্ডলৰ উপৰত দিলা ভদ্ৰাসন।
তাহাতে পাৰিলা ব্যাঘ্ৰ চৰ্ম্ম বিপোতন ॥ ২৯২৫০
যুধিষ্ঠিৰ দ্ৰৌপদীক বৈসালে তাহাত।
হৱন কৰিলা ধৌম্যে তাহাৰ আগত ॥
আসনৰ উঠি আসি প্ৰভু চক্ৰপাণি।
পূজিত শঙ্খক হস্তে তুলি লৈলা আনি ॥ ২৯২৫১
শঙ্খৰ উদকে যুধিষ্ঠিৰ দ্ৰৌপদীক।
বিধিৱতে ৰাজ্যক কৰিলা অভিষেক ॥
ধৃতৰাষ্ট্ৰ সমে পাণ্ডৱৰ চাৰি ভাই।
পাত্ৰ মন্ত্ৰী যত আনো আছে সেহি ঠাই ॥ ২৯২৫২
পাচে কৃষ্ণে পাঞ্চজন্য শঙ্খৰ উদকে।
সেহি জলে অভিষেক কৰিলা সবাকে ॥
অভিষেক হুয়া সবাহানে ভৈলা সুখ।
হৰিষিত সম চন্দ্ৰ তুল্য ভৈল মুখ ॥ ২৯২৫৩
হেন দেখি প্ৰজাৰ মিলিল মহানন্দ।
পণৱ আনক বাৱে দুন্দুভি শবদ ॥

দশোদিশে প্ৰজামানে ঘোষে জয় জয়।
চাপৰি বজাৱে কেহো আনন্দে নাচয় ॥ ২৯২৫৪
পুৰনাৰীগণে দেই উকলি জোকাৰ।
আনন্দৰ বোলে পাইল স্বৰ্গৰ দুৱাৰ ॥
আত অনন্তৰে পাচে ধৰ্ম্মৰ নন্দন।
ব্ৰাহ্মণগণক আনি কৰয় পূজন ॥ ২৯২৫৫
গাৱে গাৱে দিলা ৰাজা প্ৰচুৰ দক্ষিণা।
মনতুষ্টে আশীৰ্ব্বাদ দিলা প্ৰতিজনা ॥
উচ্চ কৰি বিপ্ৰগণে দিলা আশীৰ্ব্বাদ।
শুনি মনোনীত যেন ৰাজহংস নাদ ॥ ২৯২৫৬
বিপ্ৰগণে আনন্দে ৰাজাক প্ৰশংসিল।
ধন্য যুধিষ্ঠিৰ তোমাসাৰ বাহুবল ॥
শত্ৰুগণ জিনি ৰাজ্য লভিলাহা তুমি।
তাক দেখি পৰম আনন্দ পাইলো আমি ॥২৯২৫৭
ভীম ধনঞ্জয় দুয়ো মাদ্ৰীৰ কুমাৰ।
ঘোৰ সংগ্ৰামক জিনি ভৈলেক নিস্তাৰ ॥
ধন্য মহাৰাজা তোমাসাৰ পাঞ্চ ভাই।
আনন্দ লভিলো তোমাসাক দেখা পাই ॥২৯২৫৮
আগন্তুক কাৰ্য্য তুমি আপুনি কৰিয়ো।
গৃহে চলি যাওঁ আমাসাক আজ্ঞা দিয়ো ॥
এহি বুলি বিপ্ৰগণ গৃহে চলি গৈলা।
শুনা জন্মেজয় আতপৰে যেন ভৈলা ॥ ২৯২৫৯
মন্ত্ৰীগণ নিগদতি শুনা মহাৰাজ।
যি কৰ্ম্ম কৰিলা মানে সবে ধন্য কাজ ॥
তব ভ্ৰাতৃগণ পৰাক্ৰমী মহামানী।
হেন বীৰগণ কৈত নতু দেখি শুনি ॥ ২৯২৬০
মন্ত্ৰীৰ বচন শুনি ৰাজা যুধিষ্ঠিৰ।
হাসি হাসি তাসম্বাক দিলন্ত উত্তৰ ॥
শুনিয়ো অমাত্যগণ মোহোৰ বচন।
তুমিসব সহিতে আৰব বিপ্ৰগণ ॥ ২৯২৬১

সত্যে বা অসত্যে গুণ বখানা আমাৰ।
যাতো অনুগ্ৰহ ভাব আছে তোমাসাৰ ॥
আৰো কহো দেখা ধৃতৰাষ্ট্ৰ নৃপবৰ।
আমাসাৰ পিতৃ ইটো দেৱ সমসৰ ॥ ২৯২৬২
যেনমতে ইহান সদায়ে হোৱে প্ৰীতি।
আজ্ঞা পালি তুমি আমি থাকিবো সম্প্ৰতি ॥
শুনা মন্ত্ৰীগণ কহো ইহাৰ কাৰণ।
ঘোৰ সংগ্ৰামত বধিলোহো জ্ঞাতিগণ ॥ ২৯২৬৩
তাসম্বাৰ শোকে ময়ো গৈলো হন্তে মৰি।
এহিসে কাৰণে আৰে আছো প্ৰাণ ধৰি ॥
আলাস এৰিয়া কৰিবোহো শুশ্ৰূষণ।
জানিবা সদায়ে আমাঠৈৰ এহি মন ॥২৯২৬৪
আৰো কহো শুনিয়োক মন্ত্ৰী যে সমূহ।
যদি তোমাসাৰ মোত আছে অনুগ্ৰহ ॥
ধৃতৰাষ্ট্ৰ নৃপতিৰ পূৰ্ব্বে যেন থানে।
আজ্ঞা প্ৰাজ্ঞা আচৰি আছিলা বিদ্যমানে ॥ ২৯২৬৫
সম্প্ৰতিয়ো সেহিমতে থাকিবা সতত।
নিশ্চয়ে কহিলো এহি মোৰ অভিমত ॥
এহে জগতৰ নাথ জানা সৰ্ব্বজন।
তুমি আমি যত দেখা ইহানে অধীন ॥ ২৯২৬৬
মোৰ এহি বাক্য মনে ৰাখিবা সতত।
নিশ্চয় কৰিয়া কহিলোহো তোমাসাত ॥
পিতৃত অনুজ্ঞা কৰি চলিয়ো এখন।
মোত সুধিবাৰ আৰ নাহি প্ৰয়োজন ॥ ২৯২৬৭
আত অনন্তৰে শুনা পাণ্ডৱৰ নাতি।
কনিষ্ঠ ভীমক থৈলা যুৱৰাজ পাতি ॥
মন্ত্ৰণা কাৰ্য্যত আৰ উপায় চিন্তনে।
বিদুৰক নিয়োজিলা কুন্তীৰ নন্দনে ॥ ২৯২৬৮
কৰিবে লাগয় যিটো নলাগে কৰিতে।
মোহোত সঞ্জয় কহিবেক প্ৰতি নিতে ॥

যত যোদ্ধা আছে মানে মোৰ ইটো স্থানে।
যাক যিবা লাগে ধন বুজি অনুক্ষণে ॥ ২৯২৬৯
খাইবাৰ সামগ্ৰী দিব যাক লাগে যত।
নকুলক নিয়োজিলা সেহিসে কৰ্ম্মত ॥
পৰচক্ৰ আগমনে দুষ্টক দমনে।
এহিসে কাৰ্য্যক নিতে কৰিবে ফাল্গুনে ॥ ২৯২৭০
ব্ৰাহ্মণে কৰিবে লাগে যিটো কৰ্ম্মচয়।
ধৌম্য পুৰোহিত তাক কৰাবে নিশ্চয় ॥
ৰাজাৰ সমীপে বসি থাকিবে সদায়।
সহদেৱক আদেশ কৰিলা মহাৰায় ॥ ২৯২৭১
যিবা যিবা কাৰ্য্যৰ সামৰ্থ যিবা জন।
সেহি কাৰ্য্যে নিয়োজন কৈলা তাৱক্ষণ ॥
বিদুৰ সঞ্জয় আৰো যুযুৎসুক আনি।
এসম্বাক যুধিষ্ঠিৰে বুলিলেক বাণী ॥ ২৯২৭২
তোমৰা তিনিয়ো সৰ্ব্ব কাৰ্য্যত পাৰ্গত।
পিতৃৰ লগত লাগি থাকাহা সতত ॥
সাৱধান হুয়া তিনো থাকিবা সদায়।
যেনমতে পিতৃ মোৰ কষ্টক নপায় ॥ ২৯২৭৩
দেশ নগৰত যিটো আছে প্ৰজাচয়।
যাৰ যিবা কাৰ্য্যকেসে কৰিবে লাগয় ॥
ৰাজ্যাত জনায়া সবে কৰিবা সকলে।
মোৰ আজ্ঞা ইটো শুনা তিনি মহাবলে ॥ ২৯২৭৪

জ্ঞাতিসকলৰ প্ৰেতক্ৰিয়া সম্পাদন

বৈশম্পায়ন ঋষি জন্মেজয়ত কহন্ত।
পাচে যুধিষ্ঠিৰ ৰাজা যেন কৰিলন্ত ॥
তাহাক কহিবো মই যেন লৱে মনে।
আলাস এৰিয়া তুমি শুনা সাৱধানে ॥ ২৯২৭৫
ৰণ মধ্যে বন্ধু যত মৰি স্বৰ্গে গৈলা।
তাৰ প্ৰেতকাৰ্য্য মানে কৰাইবে লাগিলা ॥
ধৃতৰাষ্ট্ৰ ৰাজা পাচে পুত্ৰ সমস্তৰ।
প্ৰেতকাৰ্য্য কৰি দান দিলা বহুতৰ ॥ ২৯২৭৬
গো ভূমি দাসী দাস অমূল্য ৰতন।
দিব্য অলঙ্কাৰ দিয়া ভুঞ্জাইলেক অন্ন ॥
আত অনন্তৰে যুধিষ্ঠিৰ নৃপবৰ।
দ্ৰোণ ধৃষ্টদ্যুম্ন অভিমন্যু যে কৰ্ণৰ ॥ ২৯২৭৭
বিৰাট দ্ৰুপদ ঘটোৎকচ বীৰবৰ।
আসম্বাক মুখ্য কৰি সুহৃদসবৰ ॥
আৰো দ্ৰৌপদীৰ পঞ্চগুটি তনয়ৰ।
নৃপতি কৰাইলা প্ৰেতকাৰ্য্য নিৰন্তৰ ॥ ২৯২৭৮
তাসম্বাৰ উদ্দেশে আনিয়া বিপ্ৰ যত।
মন পূৰি দক্ষিণা দিলেক অপৰ্য্যন্ত ॥
যিসব ৰাজাৰ নাহি প্ৰীতি বন্ধুজন।
তাসম্বাৰ হুয়া ৰাজা কৰিলা আপুন ॥ ২৯২৭৯
স্থানে স্থানে পুষ্কৰিণীগণক নিৰ্ম্মিলা।
মৃতকৰ উদ্দেশে তাহাকে উছৰ্গিলা ॥
প্ৰেতকাৰ্য্য কৰি ৰাজা ভৈলা কৃতকৃত্য।
মৃতকসবৰ ঋণ সুজিল সমস্ত ॥ ২৯২৮০
লোকত প্ৰশংসা হুই পালয় প্ৰজাক।
ধৃতৰাষ্ট্ৰ গান্ধাৰী আউৰ বিদুৰক ॥
কৌৰৱৰ মন্ত্ৰীচয় আছে যত জন।
যথাযোগ্য যুধিষ্ঠিৰে কৰিলা পূজন ॥ ২৯২৮১
পতি পুত্ৰহীনা নাৰী আছিলেক যত।
সকলকো প্ৰতিপাল কৰয় দায়াত ॥
দেশত আছয় যত দুখী ভিক্ষীগণ।
তাকো ধন দিলা ৰাজা বসন ভূষণ ॥ ২৯২৮২
যিসবৰ থাকিবাক লাগি নাহি ঘৰ।
লোক দিয়া গৃহ সাজি দিয়াইল সত্বৰ ॥
পৃথিবীক জিনি ঋণ সুজিলা বৈৰৰ।
পাচে ৰঙ্গে বিহাৰ কৰন্ত যুধিষ্ঠিৰ ॥ ২৯২৮৩

আত অনন্তৰে কথা শুনা জন্মেজয় ।
পাচে যি কৰিলা যুধিষ্ঠিৰ মহাশয় ॥
যিটো ব্ৰহ্মাণ্ডৰ পতি কৃষ্ণ নাৰায়ণ ।
কৰযোৰ কৰি স্তুতি বুলিলা বচন ॥ ২৯২৮৪
হে কৃষ্ণ জগন্নাথ কৰো নমস্কাৰ ।
ন্যায়বলে পৰাক্ৰমে বুদ্ধিয়ে তোমাৰ ॥
পিতৃ পিতামহৰ ৰাজ্যক পাইলো মই ।
পুনৰ্ব্বাৰ প্ৰণামোহো কৃষ্ণ কৃপাময় ॥ ২৯২৮৫
তুমি পৰমাত্মা এক পুৰুষ প্ৰধান ।
ভকতৰ গতি তুমি জানা বিদ্যমান ॥
বহু নাম গুণ প্ৰভু আছয় তোমাৰ ।
দ্বিজগণে সদা স্তুতি কৰে বাৰম্বাৰ ॥ ২৯২৮৬
ইটো সংসাৰক তুমি কৰিছা নিৰ্ম্মাণ ।
সকলো জন্তুত আত্মাৰূপে অধিষ্ঠান ॥
কৰোহো প্ৰণাম চৰণত থৈয়া মাথ ।
মোহোত প্ৰসন্ন হুয়ো দেৱ যদুনাথ ॥ ২৯২৮৭
আৰো নানা স্তুতি কৰিলেক যুধিষ্ঠিৰে ।
নকৰিলো পদ আৰ বাহুল্যক ডৰে ॥
নৃপতিৰ স্তুতিত গোবিন্দ তুষ্ট ভৈলা ।
সভাৰ মধ্যত কৃষ্ণে প্ৰশংসিবে লৈলা ॥ ২৯২৮৮
সাধু যুধিষ্ঠিৰ মোক কৰিলাহা বশ্য ।
তুমি সম ভক্ত মোৰ নাহিকে অৱশ্য ॥
এহিমতে স্তুতি নতি কৰিয়া বিস্তৰ ।
সভা বিসৰ্জিয়া ৰাজা গৈলা অভ্যন্তৰ ॥ ২৯২৮৯
কৃষ্ণ সমে পাচত চলিলা চাৰি ভাই ।
অভ্যন্তৰে গৈয়া সবে ভৈলা এক ঠাই ॥
পাত্ৰ মন্ত্ৰীগণ চলি গৈলা নিজ ঘৰ ।
শুনিয়োক কথা পাচে আত অনন্তৰ ॥ ২৯২৯০
যেবে গৈয়া ভিতৰত পাতিলা সমাজ ।
চাৰি ভাইক প্ৰশংসা কৰিলা ধৰ্ম্মৰাজ ॥
শুনা ভীম ধনঞ্জয় মাদ্ৰীৰ কুমাৰ ।
মোহোৰ নিমিত্তে দুখ লভিলা আপাৰ ॥ ২৯২৯১
বনবাসে যত যত আছা দুখ পাই ।
মোৰ এক মুখে তাক কহন নযায় ॥
সম্প্ৰতি দুৰ্জ্জয় ৰণে শত্ৰুৰ অস্ত্ৰত ।
ক্ষত যে বিক্ষত গাৱে ভৈলা জৰ্জ্জৰিত ॥ ২৯২৯২
যেন কুপুৰুষ সঙ্গে প্ৰাণী সমস্তয় ।
অনেক বিপত্তি সদা লভিয়া থাকয় ॥
মোৰ সঙ্গে সেহিমতে তোৰা চাৰি ভাই ।
শোক দুখ যত পাইলা কহন নযায় ॥ ২৯২৯৩
সিসব বৃত্তান্ত সম্প্ৰতিয়ো গৈল ক্ষয় ।
ঈশ্বৰৰ ইচ্ছা যেন লভিলোহো জয় ॥
চাৰিয়ো কনিষ্ঠ আৱে মোৰ বোল ধৰা ।
ভাৰ্য্যায়ে সহিতে এভো সুখ ভোগ কৰা ॥ ২৯২৯৪
দুৰ্য্যোধন নৃপতিৰ দেখাহা ওৱাৰি ।
তাহাৰ উপমা কত কহিতে নপাৰি ॥
নানা ধৌলিগণ তাত কৰিছে শোভন ।
থানে থানে লগাই আছে বহুত ৰতন ॥ ২৯২৯৫
নানাবিধ ৰত্ন আছে ভাণ্ডাৰে ভাণ্ডাৰে ।
দাস-দাসীগণ আছে অসংখ্য আপাৰে ॥
ধৃতৰাষ্ট্ৰ ৰাজাত যে লৈয়া অনুমতি ।
হেন ঘৰ ভীমক দিলেক নৰপতি ॥ ২৯২৯৬
যেন ইন্দ্ৰদেৱে পাইলা মন্দাৰ পৰ্ব্বত ।
সিটো গৃহ ভীমেয়ো লভিলা সেহিমত ॥
যেনমত গৃহ দুৰ্য্যোধন নৃপতিৰ ।
সেহিমত গৃহ দুঃশাসন কুমাৰৰ ॥ ২৯২৯৭
ধৌলিৰৰ গৃহে শাৰী শাৰী কৰে কান্তি ।
আছোক মনুষ্য দেখি দেৱে পাৱে ভ্ৰান্তি ॥
থানে থানে প্ৰকাশয় সুৱৰ্ণ তোৰণ ।
গৃহ ভৰি ভৰি আছে ধন-ধান্যগণ ॥ ২৯২৯৮

দাস-দাসীগণ তাত আছয় প্ৰচুৰ।
সেহি গৃহ অৰ্জ্জুনক দিলা যুধিষ্ঠিৰ॥
যিটো গৃহে প্ৰবেশিলা বীৰ যে ফাল্গুন।
দুৰ্ম্মৰ্ষণ গৃহ তাতো কৰি দশ গুণ॥ ২৯২৯৯
ৰতনে খচিত আতি সবে মণিময়।
কুবেৰৰ গৃহ যেন জ্বলন্তে আছয়॥
আতি দায়াতৰে পাচে ধৰ্ম্মৰ তনয়।
হেন গৃহ নকুলক দিলেক নিশ্চয়॥ ২৯৩০০
দুৰ্ম্মুখৰ গৃহচয় আতি মনোময়।
সুবৰ্ণ ৰজতে চিত্ৰ কৰিয়া আছয়॥
ধন বস্ত্ৰ অনেক আছয় ভৰি পুৰি।
তাহাৰ গৃহৰ কৈত নাহি সৰি বৰি॥ ২৯৩০১
সুন্দৰী নাৰীৰ সংখ্যা আছয় অনেক।
সেহি গৃহ দিলা সহদেৱ কুমাৰক॥
কুবেৰে লভিলা যেন পৰ্ব্বত কৈলাস।
সিটো গৃহ পায়া সহদেৱৰ উল্লাস॥ ২৯৩০২
যুযুৎসু বিদুৰ ধৌম্য সুধৰ্ম্মা সঞ্জয়।
এসম্বেয়ো গৈলা চলি আপুন নিলয়॥
সাত্যকি সহিতে পাচে দেৱ হৃষীকেশ।
অৰ্জ্জুনৰ গৃহে গৈয়া ভৈলন্ত প্ৰৱেশ॥ ২৯৩০৩
যেন ব্যাঘ্ৰ প্ৰৱেশিয়া পৰ্ব্বত গহ্বৰ।
অৰ্জ্জুনৰ গৃহে সেহিমতে দামোদৰ॥
পৰম উৎসুকে তাত কৰিলা ভোজন।
আতি সুখে নিদ্ৰা কৰিলেক জনাৰ্দ্দন॥ ২৯৩০৪
এহিমতে গৃহে গৃহে সবে বঞ্চিলন্ত।
ৰাজাক উপাসা কৰি সততে থাকন্ত॥
ভাৰত কাহিনী ইটো শুনা সৰ্ব্বজন।
বৈকুণ্ঠক যাইবাৰ যাহাৰ আছে মন॥ ২৯৩০৫
আজি কালি কৰিয়া আয়ুস বহি যাই।
হৰি নভজিয়া কেনে আছা বাটা চাই॥
হৰি বিনে সংসাৰত নাহিকে তাৰন্তা।
হৰিসে জানিবা সংসাৰৰ পিতা মাতা॥ ২৯৩০৬
হৰি নভজিয়া যত্নে ভজে অন্য দেৱ।
তাত কৰি অজ্ঞ জন নাহিকয় কেৱ॥
হেন জানি কৃষ্ণৰ চৰণে কৰা সাৰ।
আপুনিয়ো তৰা কৰা পুৰুষ উদ্ধাৰ॥
দ্বিজ লক্ষ্মীনাথে কহে ইসে মোক্ষ কাম।
জন্মক সাফলি সবে বোলা ৰাম ৰাম॥ ২৯৩০৭

---

শ্ৰীকৃষ্ণৰ পৰামৰ্শমতে ৰাজ্য সংগঠন

দুলড়ী

পাচে জন্মেজয় কৰিয়া বিনয়
ঋষিত পুছন্ত কথা।
পিতামহগণ ৰাজ্যক লভিয়া
পুনু কি কৰিলা তথা॥
জগতৰ গুৰু দৈৱকী নন্দনে
কৰিলেক কোন কাৰ্য্য।
সিসব সম্প্ৰতি অনুগ্ৰহ কৰি
কহিয়োক মুনিৰাজ॥ ২৯৩০৮
বৈশম্পায়ন বোলে শুনা জন্মেজয়
যি পুছিলা মোৰ আগে।
পাণ্ডু পুত্ৰগণে কৃষ্ণ দেৱ সমে
যি কৰিলা মহাভাগে॥
সকলো তোমাত কহিবো সাক্ষাত
শুনিয়োক মন কৰি।
পাচে যুধিষ্ঠিৰে কৰিয়া বিচাৰ
বাসুদেৱ আজ্ঞা ধৰি॥ ২৯৩০৯
চাৰিয়ো বৰ্ণক স্বকী স্বকী স্থানে
কৰিলেক নিয়োজন।
অসংখ্য ব্ৰাহ্মণ আনি ভিন্নে ভিন্ন
সুবৰ্ণ কৰিলা দান॥
প্ৰত্যেক বিপ্ৰত সহস্ৰেক তোলা
দিয়া পুৰিলেক মন।

বস্ত্ৰ অলঙ্কাৰ সুবৰ্ণ আপাৰ
ধেনু দিলা শতমান ॥ ২৯৩১০
ধৌম্যক আনিয়া বিধিৱতে দান
দিলেক মন পূৰিয়া।
বিদুৰ গান্ধাৰী ৰাজা ধৃতৰাষ্ট্ৰ
তিনিতো ৰাজ্য অৰ্পিয়া ॥
কুন্তীৰ তনয় আতি শুভনয়
সুখতে তথা বঞ্চিলা।
আত অনন্তৰে ৰাজা যুধিষ্ঠিৰে
কৃষ্ণৰ সমীপে গৈলা ॥ ২৯৩১১
দিব্য মণিময় ৰতনে ৰঞ্জিত
হেনয় খাটত চৰি।
সদানন্দময় দৈৱকী তনয়
আছয় শয়ন কৰি ॥
নব মেঘ সম তনু প্ৰকাশয়
কোটি সূৰ্য্য সম জ্বলে।
দিব্য আভৰণ ভুষিত শৰীৰ
কৰ্ণত কুণ্ডল দোলে ॥ ২৯৩১২
গাৱে পীতবস্ত্ৰ কৰয় প্ৰকাশ
মেঘত যেন বিজুলী।
হিয়াত কৌস্তুভ মণি মহাৰত্ন
কৰি আছে জিলিমিলি ॥
উদয় গিৰিত সূৰ্য্যোদয় ভৈলে
প্ৰকাশ কৰে যিমত।
সেহিমতে কৃষ্ণে প্ৰকাশ কৰয়
উপমা নাহি কহিত ॥ ২৯৩১৩
হেন ৰূপ দেখি ধৰ্ম্মৰ তনয়
পৰম বিস্ময় ভৈলা।
কৃতাঞ্জলি কৰি ঈষত হাসিয়া
কৃষ্ণত বিনাইবে লৈলা ॥
অহে কৃপাময় আজিৰ ৰজনী
তুমি কি সুখে বঞ্চিলা।
সৰ্ব্ব জ্ঞানময় তুমিসি অচ্যুত
বুদ্ধি দেৱী প্ৰকাশিলা ॥ ২৯৩১৪

তিনিয়ো লোকত তোমাৰ বিক্ৰম
উপমাৰ নাহি ঠাই।
তোমাৰ প্ৰসাদে ইটো পৃথিৱীক
লভি আছো যদুৰায় ॥
যশস্যা লভিলো ধৰ্ম্ম উপাৰ্জ্জিলো
পৃথিৱী ভৈলা অধীন।
কৃষ্ণৰ আগত ৰাজা যুধিষ্ঠিৰ
বুলিলা এহি ৰচন ॥ ২৯৩১৫
তথাপিতো হৰি ধ্যান আছে ধৰি
বাক্য কিছো নুবুলিলা।
ধৰ্ম্মৰ নন্দনে দেখিয়া বিস্ময়
পুনু বুলিবাক লৈলা ॥
অহে দেৱবৰ্গ দেখোহো আশ্চৰ্য্য
বিক্ৰমৰ নাহি সীমা।
তুমি অন্তৰ্য্যামী পুৰুষ প্ৰধান
অসংখ্য তব মহিমা ॥ ২৯৩১৬
তিনিয়ো লোকৰ প্ৰাণী নিৰন্তৰ
সকলৰ আত্মা তুমি।
কেনে কৰা ধ্যান মনুষ্যৰ থান
ধ্যান ৰূপে তুমি স্বামী ॥
কৰি সন্ধ্যগণ আছাহা কেমন
নেদেখো কিছো কাৰণ।
মোহোৰ মনৰ এহিটো সংশয়
গুচায়োক নাৰায়ণ ॥ ২৯৩১৭
নাহি আদি অন্ত তুমিসে অনন্ত
তুমি ব্ৰহ্ম নিৰাকাৰ।
তোমাতেসে হন্তে সৃষ্টি স্থিতি লয়
হুয়া থাকে বাৰে বাৰ ॥
শৰণাগতক নকৰা নৈৰাশ
তুমি দেৱ কৃপাময়।
তোমাৰ সেৱক হওঁ যদি মই
কহিবে উচিত হয় ॥ ২৯৩১৮
নৃপতিৰ বাণী শুনি চক্ৰপাণি
হাসিয়া দিলা উত্তৰ।

যি কাৰণে মই আছো মৌন হুই
কহো শুনা নৃপবৰ ॥
শৰৰ শয্যাত পৰিয়া আছন্ত
গঙ্গাসুত মহাশ্ৰেষ্ঠ ।
হৃদয় পদ্মত চিন্তি আছে মোক
দেহৰ এৰিয়া কষ্ট ॥ ২৯৩১৯
জানা মহাশয় কহিলো নিশ্চয়
তোমাত স্বৰূপ কৰি ।
ভীষ্মৰ হৃদয়ে দেখা দিয়া আছো
বাহ্য দৃষ্টি পৰিহৰি ॥
এতেকেসে মই তব বাক্যচয়
নাহি কৰা অৱধান ।
জানা গঙ্গাসুত বীৰ অদভুত
সমান নাহিকে আন ॥ ২৯৩২০
ধনুৰ টঙ্কাৰ আতি ভয়ঙ্কৰ
শুনি কাম্পে পুৰন্দৰ ।
যিটো স্বয়ম্বৰে গৈয়া একেশ্বৰে
দুৰ্ঘোৰ কৰি সমৰ ॥
ত্ৰিতয় কন্যাক হৰিয়া আনিলা
জিনি ৰাজা অসংখ্যাত ।
জামদগ্নি ৰাম সহিতে সমৰ
কৰিলাহা যি বেলাত ॥ ২৯৩২১
ইয়ো বিংশ দিন সংগ্ৰাম কৰিলা
দেখন্তে লাগে তৰাস ।
দেৱে পাইলা ভয় মেদিনী কাম্পয়
তথাপি গাৱে উল্লাস ॥
ৰামে দিলা ভঙ্গ পাই শৰ সঙ্গ
হেন বীৰ নাহিকয় ॥
ইন্দ্ৰিয়ক দমি মনক নিয়মি
মোকেসে সদা চিন্তয় ॥ ২৯৩২২
যাক গঙ্গাদেৱী গৰ্ভত ধৰিলা
হেনয় শুদ্ধ সন্তান ।
দিব্য অস্ত্ৰচয় সমস্তে জানয়
বুদ্ধিত আতি সুজান ॥

সাঙ্গোপাঙ্গ চাৰি বেদত পাৰ্গত
জ্ঞানীৰ মধ্যে প্ৰধান ।
পৰশুৰাম হেন গুৰুক লভিলা
নাহি শিষ্য সম তান ॥ ২৯৩২৩
সকলো বিদ্যাৰ তেন্তেসে আধাৰ
দুতয়ক নজানয় ।
এতেকে তাহান হৃদয় কমলে
থিতি হুয়া আছো মই ॥
হেন গঙ্গাসুত কৰ্ম্ম অনুসৰি
যদিবা স্বৰ্গে চলয় ।
চন্দ্ৰহীন ৰাতি যেহেন আন্ধাৰ
পৃথিৱী হৈব তেনয় ॥ ২৯৩২৪
শুনা সমজ্যাৰ লোক নিৰন্তৰ
ভজিয়ো কৃষ্ণ চৰণে ।
কৃষ্ণ সম বন্ধু নাহি আন দেৱ
ভাবিয়া চাহিয়ো মনে ॥
ভকত বৎসল দৈৱকী তনয়
স্মৰণে সন্তুষ্ট হয় ।
দেখা পাণ্ডুগণ ৰাজাৰ তনয়
ঐশ্বৰ্য্য সবে আছয় ॥ ২৯৩২৫
তথাপিতো হৰি হৃদয়ত ধৰি
ক্ষণেক চিন্তন কৰে ।
তাহাতে সন্তোষ হুয়া হৃষীকেশ
ভৃত্য যেন সদা ফুৰে ॥
দেখাহা ভীষ্মৰ হৃদয়ত সদা
থাকে প্ৰভু দয়াময় ।
হেন ঈশ্বৰৰ চৰণ নিচিন্তি
আছা কেনে প্ৰাণীচয় ॥ ২৯৩২৬
দেহা অশাশ্বত নাহিকে সঞ্চাত
নকৰা আতি বিশ্বাস ।
কেতিক্ষণে যায় তাৰ থিতি নাই
কেনে কৰা তাত আশ ॥

পৰলোকে ধন কৃষ্ণবেসে নাম
জানা আক নিষ্ঠ কৰি।
চিত্ত দৃঢ় কৰা আপুনি নিস্তৰা
সত্বৰে ঘুষিয়ো হৰি ॥ ২৯৩২৭

---

যুধিষ্ঠিৰ আক শ্ৰীকৃষ্ণৰ ভীষ্মৰ সমীপলৈ গমন

পদ

পুনৰপি মাধৱে কহন্ত নৃপতিত।
শুনা দদা যুধিষ্ঠিৰ কহো স্বৰূপত ॥
ভীষ্মৰ সমীপে তুমি কৰিয়ো গমন।
তোমাৰ লগত মই যাইবোহো এখন ॥ ২৯৩২৮
তোমাৰ মনত যিটো আছে অভিপ্ৰায়।
পুছিয়া লভিয়ো সবে তাসম্বাৰ ঠাই ॥
চাৰিয়ো বেদৰ যিটো মত চতুষ্টয়।
চাৰি বেদী বিপ্ৰৰ হৈবেক যেন নয় ॥ ২৯৩২৯
চাৰি বিধ আশ্ৰমৰ লৈয়ো অভিপ্ৰায়।
ৰাজধৰ্ম্ম যত পুছিয়োক তান ঠাই ॥
মহাপ্ৰাজ্ঞ ভীষ্ম জানা কুৰু বংশধৰ।
জানা ৰাজা তেহে যদি এৰে কলেবৰ ॥ ২৯৩৩০
এহি জ্ঞান সমস্ত হৈবেক লুপ্তপ্ৰায়।
জানা যুধিষ্ঠিৰ এবে পুছি লৈয়ো যাই ॥
কৃষ্ণৰ শুনিলা হেন বচন যুগুতি।
ধীৰে ধীৰে মাতিবে লাগিলা মহামতি ॥ ২৯৩৩১
ভীষ্মৰ প্ৰভাৱ প্ৰভু যি কহিলা মোত।
বিপ্ৰসকলৰ মুখে শুনিছো পূৰ্ব্বত ॥
সকলো লোকৰ কৰ্ত্তা তুমিসে নিশ্চয়।
তুমি যে কহিলা আত নাহিকে সংশয় ॥ ২৯৩৩২
ভীষ্মৰ সমীমে প্ৰভু অৰিনিসূদন।
তোমাক আগত কৰি কৰিয়ো গমন ॥
জানা নাৰায়ণ যেবে হৈবে উত্তৰাৰ্ক।
তেবে পিতামহে এৰিবেক শৰীৰক ॥ ২৯৩৩৩
তুমি আদি দেৱ সাৰ ৰূপ যে অক্ষৰ।
সদানন্দ ব্ৰহ্মময় তুমি নিৰ্ব্বিকাৰ ॥
তোমাক দেখিলে তান আছে বৰ লাভ।
এতেকে যাইবাক লাগে দেৱ পদ্মনাভ ॥ ২৯৩৩৪
বৈশম্পায়ন বোলে শুনা বিষ্ণুৰাতসুত ॥
নৃপতিৰ হেন বাণী শুনিলা অচ্যুত ॥
সাত্যকিক চাই পাচে বুলিলা বচন।
দাৰুকক কহিয়ো আনোক ৰথখান ॥ ২৯৩৩৫
কৃষ্ণৰ বিশেষ আজ্ঞা সাত্যকিয়ে কৈলা।
দাৰুকেও ৰথখান নিয়োজিবে লৈলা ॥
কাঞ্চনে ভুষিত ৰথ দেখিতে বিচিত্ৰ।
নানা মণিগণে ৰঞ্জি কৰি আছে চিত্ৰ ॥ ২৯৩৩৬
চক্ৰকো ৰত্নেৰে কৰি আছয় ভুষিত।
সাক্ষাতে দেখিয়ো যেন আদিত্য উদিত ॥
গৰুড় ধ্বজক আনি নিয়োজিলা তাত।
পতাকা আৰিলা শুদ্ধ দেখিয়া সাক্ষাত ॥ ২৯৩৩৭
সব্য যে সুগ্ৰাৱ মেঘপুষ্প বলাহক।
ৰথত জুৰিলা এহি চতুৰ্থ ঘোটক ॥
সুবৰ্ণে মণ্ডিত ঘোৰা আতিশয় জ্বলে।
মনত কৰিয়া বেগে আগ হুয়া চলে ॥ ২৯৩৩৮
হেনয় ৰথক পাচে সাৰথি দাৰুক।
কৃতাঞ্জলি কৰি সিটো জোগাইলা কৃষ্ণক ॥
পুনু জন্মেজয় পাচে পুছন্ত ঋষিত।
পিতামহ পৰি আছে শৰৰ শয্যাত ॥ ২৯৩৩৯
কিবা যোগ ধৰি তেহে এৰিলে শৰীৰ।
অনুগ্ৰহ কৰি মোত কহা মুনিবৰ ॥
বৈশম্পায়ন বোলে জন্মেজয় নৰপতি।
যি পুছিলা কহো তাক শুনা সাৱহিতি ॥ ২৯৩৪০
উত্তৰ অয়নে যেবে সূৰ্য্যে কৰে গতি।
মন নিয়া আত্মাত যে কৰিলেক থিতি ॥

যেন আদিত্যৰ ৰশ্মি দেখি অসংখ্যাত।
সেহিমতে শৰ সিটো ভীষ্মৰ গাৱত ॥ ২৯৩৪১
চাৰি পাশে আৱৰি আছয় বিপ্রগণ।
তাসম্বাৰ নাম কহো কৰি ভিন্ন ভিন্ন ॥
বেদবেত্তা ব্যাস যে নাৰদ দেৱ মুনি।
বাৎস্য অথৰ্ব্ব সুমন্ত্র পুলস্তি জৈমিনী ॥ ২৯৩৪২
শাণ্ডিল্য দেৱল আৰো মৈত্রেয় অসিত।
বশিষ্ঠ কৌশিক মহামুনি যে হাৰীত ॥
লোমশ আত্রেয় শুক্র গুৰু বৃহস্পতি।
সনতকুমাৰ ব্রহ্মপুত্র মহামতি ॥ ২৯৩৪৩
বাল্মীকি কপিল পশুৰাম যে তুম্বুৰ।
তৃণবিন্দু পিপ্পলাদ বাহ্লীক চকুৰ ॥
সম্বৰ্ত্ত পুলহ ক্রতু দক্ষ যে পুলস্তি।
পৰাশৰ বামদেৱ ভৃগু মহামতি ॥ ২৯৩৪৪
অঙ্গিৰা গৌতম কাশ্য বিভাণ্ড গালৱ।
ধৌম্য যে মাণ্ডব্য ধৌম্র কৃষ্ণ মাৰ্কণ্ডেয় ॥
উলুক ভাস্কৰী কৃষ্ণা পুৰণ যে সুত।
মহা ধৰ্ম্মৱন্ত সবে তপস্যায়ে যুত ॥ ২৯৩৪৫
এসম্বাক মুখ্যে আৰো ঋষি অপৰ্য্যন্ত।
ভীষ্মৰ চৌপাশে সবে আৱৰি আছন্ত ॥
চন্দ্রমাক বেঢ়ি যেন নক্ষত্রসকলে।
ভীষ্ম সেহিমতে তাসম্বাৰ মধ্যে জ্বলে ॥ ২৯৩৪৬

### ভীষ্মৰ কৃষ্ণ-স্তুতি

কৃষ্ণক হৃদয়ে ধৰি মন কৰি স্থিৰ।
কৃতাঞ্জলি কৰি স্তুতি বোলে ধীৰে ধীৰ ॥
যোগেশ্বৰ পদ্মনাভ জগতৰ পতি।
বিষ্ণু নাৰায়ণ দেৱ সদায় চিন্তন্তি ॥ ২৯৩৪৭
পুৰুষত শ্রেষ্ঠ মোত হুয়োক প্রসন্ন।
পুণ্ডৰীক সম শুচি দুতয় চৰণ ॥
পৰব্রহ্ম নিৰ্ব্বিকাৰ নিত্য নিৰঞ্জন।
দেৱতা ঋষিৰ যাত সুপজয় জ্ঞান ॥ ২৯৩৪৮
হেন চৰণত মই কায়-বাক্য-মনে।
পশিলো শৰণে মোক ৰাখা নাৰায়ণে ॥
তোমাত বিমুখ হৈবে দেখি মোৰ মনে।
কৃপা কৰা কৃষ্ণ হেৰা পশিলো শৰণে ॥ ২৯৩৪৯
তুমিসি অব্যয় এক ব্রহ্ম সনাতন।
জগতৰ পিতা মাতা ধাতা নাৰায়ণ ॥
তযু কৃপালেশে হেৰা দেৱঋষিগণ।
ঈশ্বৰ বুলিয়া সবে পশয় শৰণ ॥ ২৯৩৫০
দেৱতা ৰাক্ষসগণ যক্ষ যে গন্ধৰ্ব্ব।
পন্নগ সহিতে সবে সদা কৰে গৰ্ব্ব ॥
নজানে তোমাক নজানয় আদি অন্ত।
পশিলো শৰণ মই হেন ভগৱন্ত ॥ ২৯৩৫১
ইটো বিশ্ব ব্রহ্মাণ্ডৰ যত প্রাণীগণ।
তোমাতেসে জন্ম তোমাতেসে যায় লীন ॥
যেন সূত্রে মণি গান্থি আছে নিৰন্তৰ।
তোমাতে সে বিশ্বসব সেহি পটন্তৰ ॥ ২৯৩৫২
তোমাৰ সহস্র বাহু সহস্রলোচন।
সহস্রেক শিৰ আৰো সহস্র চৰণ ॥
হেন নাৰায়ণ প্রভু জগত আশ্রয়।
বেদবেত্তা ঋষিগণে কহিয়া আছয় ॥ ২৯৩৫৩
গৃহ অন্ধকাৰে প্রকাশিয়া থাকা হৰি।
তোমাকে জানিলে সবে মৃত্যুক নিস্তৰি ॥
হেন জানি তোমাৰ চৰণে বাৰে বাৰ।
হে দীনবন্ধু মই কৰো নমস্কাৰ ॥ ২৯৩৫৪
মুখ হন্তে বিপ্রচয় ভৈলা উতপন্ন।
বাহু হন্তে জন্মিয়া আছয় ক্ষেত্রীগণ ॥
উভয় উৰুত জন্মি আছে বৈশ্য যত।
শূদ্র জন্মি আছে জানো তব চৰণত ॥ ২৯৩৫৫

হেন বৰ্ণ আত্মা ৰূপ প্ৰভু জগন্নাথ।
প্ৰণামো তোমাৰ চৰণত থৈয়া মাথ ॥
অগ্নি ভৈল মুখ স্বৰ্গ ভৈলেক মস্তক।
শূন্য যে গগন খান নাভিয়ো ভৈলেক ॥ ২৯৩৫৬
চক্ষু ভৈল আদিত্য যে দিশ ভৈল কৰ্ণ।
পৃথিৱীয়ো ভৈল তযু দুখানি চৰণ ॥
হেন কাল আত্মা ৰূপ তোমাৰ চৰণে।
অল্পমতি হুয়া মই পশিলো শৰণে ॥ ২৯৩৫৭
কালৰেসে পৰ তুমি যজ্ঞত প্ৰধান।
ব্ৰহ্মাদিৰো শ্ৰেষ্ঠ তুমি বিশ্বৰ কাৰণ ॥
অনাদি নিধন তুমি দেৱ যদুপতি।
বিশ্ব আত্মা হেৰা কৃষ্ণ কৰোহো প্ৰণতি ॥ ২৯৩৫৮
অন্ন জল ঈশ্বৰ স্বৰূপ নাৰায়ণ।
ৰস প্ৰাণ প্ৰভু নিতে কৰাহা বন্ধন ॥
প্ৰাণীসকলক যিটো ধৰি আছা তুমি।
হেন বিশ্ব আতমাত শৰণ লৈলো আমি ॥ ২৯৩৫৯
প্ৰাণী সমস্তৰ প্ৰাণ লক্ষ্মীৰ কাৰণে।
চাৰি বিধ অন্নক তুমিসি সনাতনে ॥
জঠৰাগ্নি ৰূপে সদা কৰাহা ভোজন।
হেন পাক আত্মা প্ৰভু কৰোহো বন্দন ॥ ২৯৩৬০
অনন্ত স্বৰূপে আছা জগতকে ধৰি।
প্ৰণাম কৰোহো বীৰ্য্যবন্ত মহা হৰি ॥
সৃষ্টি ৰক্ষা হেতু তুমি লৈয়া মোহ-জৰী।
সমস্তকে বান্ধি আছা জৰপুৰ কৰি ॥ ২৯৩৬১
মোহ আত্মা জানি প্ৰভু তোমাৰ চৰণে।
পশিল শৰণে মই কায়-বাক্য-মনে ॥
সৰ্ব্বক্ষণে ত্ৰিশূলক হাতে থাকা ধৰি।
ত্ৰিলোচন ভস্ম বিভূষিত ত্ৰিপুৰাৰি ॥ ২৯৩৬২
মস্তক প্ৰদেশে অৰ্দ্ধচন্দ্ৰ কৰে দীপ্তি।
নৰগুণ কৰি লৈলা নাগক সম্প্ৰতি ॥
পিনাক ধনুক যিটো কৰে আছা ধৰি।
উগ্ৰ আত্মা ৰূপক প্ৰণামো দেৱ হৰি ॥ ২৯৩৬৩
এহিমতে নানা বুলিলেক স্তুতি বাক।
পদ বাহুল্যক ভয়ে নেলেখিলো তাক ॥
জানা জন্মেজয় আৰে শুনিয়ো প্ৰস্তুত।
ভীষ্মৰ স্তুতিত তুষ্ট ভৈলা ভগৱন্ত ॥ ২৯৩৬৪

শ্ৰীকৃষ্ণৰ পাণ্ডৱসকলৰ সৈতে কুৰুক্ষেত্ৰ গমন আৰু
বাটত পৰশুৰামৰ বিবৰণ কথন

অন্তৰ্য্যামী ৰূপে হৃদয়ত দিয়া স্থিতি।
ত্ৰৈলোক্য দৰ্শন জ্ঞান দিলেক সম্প্ৰতি ॥
সকলো বৃত্তান্ত আৰে কাহিলোহো এথা।
কৃষ্ণে যি কৰিলা শুনিয়োক পাচকথা ॥ ২৯৩৬৫
সাত্যকি সহিতে কৃষ্ণে ৰথে আৰোহিলা।
ৰাজা ধনঞ্জয় একে ৰথতে চৰিলা ॥
ভীমসেন সমে দুই মাদ্ৰীৰ কুমাৰ।
এহি তিনিজন একে ৰথে পয়োসাৰ ॥ ২৯৩৬৬
কৃপ যুযুৎসু আৰো সঞ্জয় মহন্ত।
ইয়ো তিনিজন একে ৰথে চৰিলন্ত ॥
সৈন্য সমে এহিমতে কৰয় গমন।
ৰথৰ শবদে বসুমতী কম্পমান ॥ ২৯৩৬৭
নাগৰ আকাৰ ৰথ দেখি লাগে ভয়।
পতাকা সহিতে ৰথ অধিকে জ্বলয় ॥
এহি ৰূপে গৈয়া কুৰুক্ষেত্ৰক লভিলা।
দোলা দোলি কৰি কেশ অস্থিক দেখিলা ॥ ২৯৩৬৮
যিটো থানে ক্ষত্ৰিয়সকলে এৰে প্ৰাণ।
নাহি পুণ্যভূমি জানা তাহাৰ সমান ॥
হস্তীৰ ঘোৰাৰ অস্থি আছয় আপাৰ।
থানে থানে দেখি যেন পৰ্ব্বত আকাৰ ॥ ২৯৩৬৯
মৃতকে জুৰিয়া আছে ধৰণী মণ্ডল।
শিৰ পৰি আছে শঙ্খ সমান ধৱল ॥

দগ্ধ চিতাগণ তাতে আছে ঠাই ঠাই।
কবচ পৰিয়া আছে ধৰণী সুহাই ॥ ২৯৩৭০
শঙ্কৰ আসিয়া যেন কৰিলেক পান।
তেহে চলি গৈলা ভৈলা পিশাচৰ থান ॥
পাঞ্চগোট হ্রদ পাচে দেখিলেক তথা।
যুধিষ্ঠিৰে কৃষ্ণত পুছিলা তাৰ কথা ॥ ২৯৩৭১
মাধৱে বোলন্ত দদা শুনা ধর্ম্মৰাজ।
পূৰ্ব্বে পশুৰামে যেন কৰিলেক কাজ ॥
প্রদক্ষিণ কৰি ভূমি তিনি সাত বাৰ।
যতেক ক্ষত্রিয় মানে কৰিলা সংহাৰ ॥ ২৯৩৭২
তাহাৰ শোণিতে হ্রদ ভৈলা বিতোপন।
সেহিসে শোণিতে তর্পিলেক পিতৃগণ ॥
সিটো কর্ম্ম এৰি আৰে ভৈলেক বিৰাম।
তপ ধর্ম্ম আচৰি আছন্ত পশুৰাম ॥ ২৯৩৭৩
যুধিষ্ঠিৰে বোলে প্রভু শুনা কৃপাময়।
তুমি যি কহিলা তাত লভিলো সংশয় ॥
ইটো পৃথিৱীক যদি তিনি সাত বাৰ।
প্রদক্ষিণ কৰি ক্ষত্রিয়ক কৈলা মাৰ ॥ ২৯৩৭৪
তথাপিতো দেখো কেনে ক্ষত্রিয় আছয়।
মোহোৰ মনৰ প্রভু গুচায়ো সংশয় ॥
কিবা হেতু ৰামে ক্ষত্রিয়ক কৈলা ছন্ন।
ইহাৰ কাৰণ কহা দৈৱকীনন্দন ॥ ২৯৩৭৫
বাসুদেৱ বদতি শুনিয়ো কুন্তীসুত।
ৰামৰ প্রভাৱ যত কহিবো তোমাত ॥
মহা ঋষিগণ মুখে শুনি আছো আগে।
ৰামৰ বিক্রম জন্ম শুনা মহাভাগে ॥ ২৯৩৭৬
পূৰ্ব্বে আছিলেক ৰাজা যদু যাৰ নাম।
তান পুত্র অজ ভৈলা আতি অনুপাম ॥
তান সুত ভৈল জানা নামত বলাক।
বলাকৰ পুত্র আৰে ভৈলেক কুশিক ॥ ২৯৩৭৭
মহাধর্ম্মৱন্ত সিটো নৃপতি প্রৱৰ।
বোলে মোৰ পুত্র হৌক ইন্দ্র সমসৰ ॥
এহি অভিলাষে উগ্র তপ আচৰিলা।
তপে তুষ্ট হুয়া ইন্দ্রে পুত্র আসি ভৈলা ॥ ২৯৩৭৮
সেহিটো পুত্রৰ পাচে গাধি নাম থৈলা।
মহা পৰাক্রমী বীৰ্য্যৱন্ত ৰাজা ভৈলা ॥
তানে এক কন্যা ভৈল নামে সত্যৱতী।
তাঙ্ক বিহা দিলা ঋষি ঋচীকক মাতি ॥ ২৯৩৭৯
বিধিৱতে তাহাক কৰিলা কন্যাদান।
কন্যা সমে ঋষি চলি গৈলা নিজ স্থান ॥
আপুনাৰ শশুৰৰ পুত্রৰ কাৰণ।
যজ্ঞ যজিবাক ঋষি কৰিলেক মন ॥ ২৯৩৮০
পুত্রৰ নিমিত্তে দুই চৰু কৈলা পাক।
ভাৰ্য্যাক সম্বোধি পাচে বুলিলেক বাক ॥
এহি চৰু ভুঞ্জিবেক তোমাৰ জননী।
পুনু এহি চৰুগুটি ভুঞ্জিয়ো আপুনি ॥ ২৯৩৮১
তোমাৰ মাতৃৰ গৰ্ভে পুত্র হৈবে জাত।
ক্ষত্রিয় কুলত হৈব জগত প্রখ্যাত ॥
মহা ধনুৰ্দ্ধৰ হৈব আতি দীপ্তিমন্ত।
সেহিটো কৰিবে জানা ক্ষত্রিয়ৰ অন্ত ॥ ২৯৩৮২
শুনিয়ো কল্যাণি হেৰা মোহোৰ বচন।
তযু তনয়ৰ হৈব যিমত লক্ষণ ॥
মহা বীৰ্য্যৱন্ত হৈব শান্তশীল আতি
সদা তপস্যাত ৰতি হৈব শুদ্ধমতি ॥ ২৯৩৮৩
ইটো কথা কহি ঋষি বনে চলি গৈলা।
সভাৰ্য্যে নৃপতি তান আশ্রমে চলিলা ॥
পিতৃমাতৃ আসিবাৰ দেখি সত্যৱতী।
উল্লসিত ভৈলা বৰ আনন্দিত মতি ॥ ২৯৩৮৪
অভিষেক কৰি স্বামী চৰু দুই থৈলা।
উভয় চৰুক লৈয়া মাতৃ পাশে গৈলা ॥

সত্যৱতী বোলে আৰে শুনিয়ো জননি।
এহি চৰু গুটি মাতৃ ভুঞ্জিয়ো আপুনি ॥ ২৯৩৮৫
এহি গুটি চৰু স্বামী দিয়া আছে মোক।
পাচে মই খাইবো মাতৃ আগে ভুঞ্জিয়োক ॥
স্বামীৰ বচন আৰে শুনিয়ো জননি।
হৈব আমাসাৰ পুত্ৰ অতি মহামানী ॥ ২৯৩৮৬
হেন শুনি পটেশ্বৰী মনে গুণি চাইলা।
ভাল বুলি দুহিতাৰ চৰুক ভুঞ্জিলা ॥
অজ্ঞানত সত্যৱতী সি গুটি ভুঞ্জিলা।
ভাৰ্য্যা সমে গাধি নৃপ গৃহে চলি গৈলা ॥ ২৯৩৮৭
কতো দিন মানে পাচে সত্যৱতী সতী।
গৰ্ভৰ লক্ষণ আসি ভৈলেক সম্প্ৰতি ॥
পৰম বৃহত গৰ্ভ দেখি লাগে ভয়।
দেখি ঋষি বোলে হৈবে ক্ষত্ৰিয় তনয় ॥ ২৯৩৮৮
জানা সত্যৱতী তুমি কৰিলাহা যেনে।
গৰ্ভক দেখিয়া জানিলোহো অনুমানে ॥
ভাৰ্য্যাক সম্বোধি বুলিলেক ঋষিৰাজ।
জানা সত্যৱতী তুমি কৰিলা অকাৰ্য্য ॥ ২৯৩৮৯
ব্ৰাহ্মণৰ চৰু তব মাতৃয়ে ভুঞ্জিলা।
নজানিয়া চৰু তুমি ক্ষত্ৰিয়ৰ খাইলা ॥
হৈবেক তোমাৰ পুত্ৰ ক্ষত্ৰিয় দুৰ্জয়।
মহা ক্ৰূৰ কৰ্ম্মে ক্ৰোধী হৈবেক নিশ্চয় ॥ ২৯৩৯০
তযু ভ্ৰাতৃ যি গুটি হৈবেক উতপন।
তপ ধৰ্ম্মে ৰত হৈবে ব্ৰাহ্মণৰ চিন ॥
কৰিবেক তপ ঘোৰ সহিবেক কষ্ট।
সকলো বিপ্ৰৰ মধ্যে হইবেক বিশিষ্ট ॥ ২৯৩৯১
বিপৰ্য্যয় ভৈল আৰ শুনিয়ো কাৰণ।
তোমাত ক্ষত্ৰিয় হৈবে মাতৃত ব্ৰাহ্মণ ॥
স্বামীৰ বচন হেন শুনিলা যুৱতি।
মহাভয় পাই কম্পমান সত্যৱতী ॥ ২৯৩৯২
স্বামীৰ চৰণে শিৰ থৈয়া প্ৰণামিলা।
গদ গদ কৰি পাচে বচন বুলিলা ॥
যি বুলিলা প্ৰভু বুলিবাক যোগ্য নয়।
ভাৰ্য্যাৰ বচন শুনি ঋষি কি বোলয় ॥ ২৯৩৯৩
শুনিয়োক প্ৰিয়া মই কহিবো বুজাই।
উগ্ৰকৰ্ম্মা পুত্ৰত মোহোৰ বাঞ্ছা নাই ॥
চৰু ব্যতিক্ৰমে পুত্ৰ হৈবে হেন ঠান।
মোত নকৰিবা কিঞ্চিতেক অপমান ॥ ২৯৩৯৪
পুনৰপি সত্যৱতী বুলিলা স্বামীক।
যদি মনে বাঞ্ছা কৰি আছাহা স্বৰ্গক ॥
হেন পুত্ৰ হৈলে কিবা কাৰ্য্য আছে তাত।
দিয়া মোক পুত্ৰ প্ৰভু যেন হোৱে শান্ত ॥ ২৯৩৯৫
ঋষিয়ে বোলয় তাক নোৱাৰোহো আৰো।
অগ্নি সাক্ষী কৰি কৰিলোহো দুই চৰু ॥
জপিলোহো তাত মই বেদমন্ত্ৰগণ।
ব্যতিক্ৰম কৰি তাক কৰিলা ভোজন ॥ ২৯৩৯৬
তাহাক গুচাইবে লাগি মোৰ শক্য নাই।
পূৰ্ব্বৰ সঙ্কেত মই কহিলো বুজাই ॥
আৰো কহো সুন্দৰী শুনাহা অবিকলে।
পূৰ্ব্বে জানি আছো মই তপস্যাৰ বলে ॥ ২৯৩৯৭
কৰা অৱধান প্ৰিয়া কহিলো নিশ্চয়।
তোমাসাৰ পিতৃকুল হৈবে ব্ৰহ্মময় ॥
হেনয় নৈৰাশ বাণী শুনি সত্যৱতী।
প্ৰাৰ্থনা কৰিয়া পাচে স্বামীত বদতি ॥ ২৯৩৯৮
হে দ্বিজৰাজ মই কৰোহো কাকুতি।
দুৰ্জ্জয় ক্ষত্ৰিয় হৌক আমাঠৈৰ নাতি ॥
মোহোৰ তনয় গুটি হৌক শুভনয়।
তপধৰ্ম্মে হৌক ৰতি সদা ব্ৰহ্মময় ॥ ২৯৩৯৯
এনয় প্ৰকাৰে যদি সুন্দৰী বাঞ্ছিলা।
এহি সত্য হৌক বুলি ঋষিয়ে বুলিলা ॥

বাসুদেৱ বদতি শুনিয়ো যুধিষ্ঠিৰ।
কহিবো তোমাত কথা আত অনন্তৰ ॥ ২৯৪০০
পাচে সত্যৱতীৰ জন্মিল এক সুত।
নাম ভৈলা জমদগ্নি তপধৰ্ম্মে ৰত ॥
বিশ্বামিত্ৰ নামে পুত্ৰ ভৈলন্ত গাধিৰ।
সবে চিহ্ন তাহাত ভৈলেক ব্ৰাহ্মণৰ ॥ ২৯৪০১
তপস্যাৰ বলে যিটো ভৈলেক ব্ৰাহ্মণ।
ব্ৰহ্মাণ্ডৰ মধ্যে ব্ৰহ্মগুণেসে সম্পূৰ্ণ ॥
ঋচীকে জন্মাইলা জমদগ্নি তপোধন।
তেহো জন্মাইলেক পুত্ৰ পৰম দাৰুণ ॥ ২৯৪০২
নাম পশুৰাম সৰ্ব্ব বিদ্যাক জানন্ত।
ধনুৰ্ব্বেদ জানে অস্ত্ৰ শস্ত্ৰত পাৰ্গত ॥
আতি দীপ্তিমন্ত যেন অগনিৰ ঠান।
তেহো কৰিলন্ত জানো ক্ষত্ৰিয় নিৰ্য্যাণ ॥ ২৯৪০৩
পাচে ৰামে গন্ধমাৰ্দ্দনক চলি গৈলা।
তাতে গৈয়া দুঃসহ তপস্যা আচৰিলা ॥
ৰামৰ তপত সদাশিৱ তুষ্ট ভৈলা।
বৃষভ বাহনে আসি তান্ক দেখা দিলা ॥ ২৯৪০৪
শিৱত লভিলা পাচে মনোনীত বৰ।
পৰশু লভিলা অস্ত্ৰ পাইলা নিৰন্তৰ ॥
সেহিটো কুঠাৰখান তীক্ষ্ণতৰ ধাৰ।
জ্বলন্ত অগনি যেন লোক চমৎকাৰ ॥ ২৯৪০৫
আত অনন্তৰে কথা শুনা কুন্তীসুত।
কহিবো তোমাত ইটো কথা অদভুত ॥
কাৰ্ত্তবীৰ্য্য নামে ৰাজা হৈহেয় বংশত।
তাহান তনয় ভৈল অৰ্জ্জুন নামত ॥ ২৯৪০৬
দত্তাত্ৰেয় আশ্ৰমক সিটো চলি গৈলা।
কৰি নানা তুতি পাচে ঋষিক নমিলা ॥
তুষ্ট হুয়া ঋষি দিলা সহস্ৰেক বৰ।
সপ্তদ্বীপা পৃথিৱী দিলেক নিৰন্তৰ ॥ ২৯৪০৭

ইষ্ট বৰ পায়া পাচে গৃহে চলি গৈলা।
পৰম আনন্দে পাচে মনত ভাবিলা ॥
সহস্ৰ বাহুয়ে অস্ত্ৰ শস্ত্ৰ ধৰি বলে।
সপ্তদ্বীপা পৃথিৱীক জিনিলা অকলে ॥ ২৯৪০৮
তাহাৰ ভয়ত সবে দেৱতা কাম্পয়।
আজ্ঞা বাজে কৰিবাক একো নপাৰয় ॥
একদিনা ৰাজা পাশে অগ্নি চলি গৈলা।
ক্ষুধাতুৰ হুয়া পাচে ৰাজাত মাগিলা ॥ ২৯৪০৯
ক্ষুধায়ে তৃষ্ণায়ে মই হুয়াছো পীড়িত।
দহিবাক লাগি স্থান দিয়োক কিঞ্চিত ॥
সহস্ৰ অৰ্জ্জুনে পাচে ভাবিবে লাগিলা।
গ্ৰাম যে নগৰ বন দহিবাক দিলা ॥ ২৯৪১০
তাত পাচে ৰাজা প্ৰহাৰিলা অগ্নিবাণ।
পৰ্ব্বত বনক দহি কৰিলা নিৰ্য্যাণ ॥
তাহাত অগ্নিৰ সখা বায়ু আসি ভৈলা।
বশিষ্ঠৰ তপোবন আশ্ৰম দহিলা ॥ ২৯৪১১
তাক দেখি বশিষ্ঠৰ কোপ জ্বলি গৈলা।
অৰ্জ্জুনক চাই পাচে বচন বুলিলা ॥
কৰো প্ৰতিকাৰ মোৰ বাক্য শুনিয়াক।
তোৰ হাজাৰেক বাহু ৰামে ছেদিয়োক ॥ ২৯৪১২
মহা দাতাৱন্ত সদা ব্ৰাহ্মণত ভক্ত।
নমানিলা সিটো শাপ বলৰ দৰ্পত ॥
আত অনন্তৰে শুনা দদা যুধিষ্ঠিৰ।
জন্মিলেক বহু পুত্ৰ সিটো নৃপতিৰ ॥ ২৯৪১৩
মহা বলবীৰ্য্য সবে কাকো নগণয়।
মৃগয়া কৰিয়া বনে সদায়ে ভ্ৰময় ॥
জমদগ্নি ঋষিৰ আশ্ৰম পাইলা যাই।
ধেনু দেখি বৎস সমে আনিলা ডকাই ॥ ২৯৪১৪
ইসব কথাক ৰাজা কিছো নাজানিলা।
তান হেতু ৰাম সমে ঘোৰ যুদ্ধ ভৈলা

পৰশু অস্ত্ৰক বীৰে মাৰিলেক ডাটি।
ৰাজাৰ সহস্ৰ বাহু পেলাইলেক কাটি ॥ ২৯৪১৫
সহস্ৰাৰ্জ্জুনৰ পাচে পুত্ৰ আছে যত।
সবেয়ো আলচি পাচে ভৈলা একমত ॥
পিতৃৰ কৰিলা ৰামে হেনসে বিলাই।
তাহাৰ পিতৃৰ আমি শিৰ আনো যাই ॥ ২৯৪১৬
সবে মিলি গৈলা পাচে আশ্ৰমে ঋষিৰ।
শৰে হানি ঋষিক কাটিয়া নিলা শিৰ ॥
যজ্ঞকাষ্ঠ আনিবাক পশুৰাম গৈলা।
হেনয় সময়ে জমদগ্নিক বধিলা ॥ ২৯৪১৭
অৰণ্য মধ্যত পশুৰাম সৰ্ব্বজ্ঞানে।
পিতৃৰ বধক জানিলাহা অনুমানে ॥
হাতত কুঠাৰ লৈলা পুৰুষ দুৰ্ব্বাৰ।
নিক্ষত্ৰিয় কৰো বুলি কৈলা অঙ্গীকাৰ ॥ ২৯৪১৮
চলি গৈলা ৰাম সাক্ষাততে হুতাশন।
হৈহেয় বংশত গৈয়া ভৈলা উতপন ॥
অৰ্জ্জুনৰ পুত্ৰ নাতি যতেক আছিল।
অসংখ্য বধিয়া যম-কৰণে পঠাইল ॥ ২৯৪১৯
তাহাৰ কুলত আছিলেক যত যত।
সমৰত ৰামে সবাহাক্কে কৈলা হত ॥
পৃথিৱীত ক্ষত্ৰিয় পাইলেক যত মান।
যমৰ নগৰে সমস্তকে দিলা থান ॥ ২৯৪২০
শোণিতে কৰ্দ্দম ভৈলা নিশেষে ধৰণী।
নিক্ষত্ৰিয় হৈল জানা সমস্ত ধৰণী ॥
কৃপাত থাকিয়া এৰিলেক অৱশেষ।
তপস্যাত লাগি ভৈলা বনত প্ৰৱেশ ॥ ২৯৪২১
কৰিলেক সহস্ৰ বৎসৰ ঘোৰ তপ।
শুনাহা ৰামৰ যেন জ্বলিলাহা কোপ ॥
বিশ্বামিত্ৰ নাতি পৰাবসু যাক বোলে।
পৰম পণ্ডিত শাস্ত্ৰ জানয় সকলে ॥ ২৯৪২২
শুনা পশুৰাম আৰে বচন আমাৰ।
মিছা কাৰ্য্যে তুমি কৰিলাহা অঙ্গীকাৰ ॥
তথু অঙ্গীকাৰ দেখো ভৈলেক বিফল।
প্ৰাতৰ্দ্দন প্ৰমুখ্যে ক্ষত্ৰিয় সবে ৰৈল ॥ ২৯৪২৩
বুজিলো তোমাৰ আমি বলৰ প্ৰমাণ।
ক্ষত্ৰিয়ৰ ভয়ে লৈলা পৰ্ব্বতত থান ॥
পৰাবসু মুখে হেন শুনি নিন্দা বাক।
ক্ৰোধত জ্বলিল ৰাম যেহেন পাৱক ॥ ২৯৪২৪
পূৰ্ব্বে যত ৰহিলেক ক্ষত্ৰিয় সন্ততি।
তাত হন্তে বৃদ্ধি হৈয়া ভৈলেক নৃপতি ॥
পাচে পশুৰামে ক্ৰোধে হাতে অস্ত্ৰ ধৰি।
যতেক ক্ষত্ৰিয় মানে নিলেক সংহৰি ॥ ৪৯৪২৫
যতেক আছিল শিশুগণ অপৰ্য্যন্ত।
গৰ্ভৰো শিশুক সবে কৰিলেক হত ॥
তিনি সাত বাৰ কৰি কৰি প্ৰদক্ষিণ।
ক্ষত্ৰিয়ৰ নামে নথাকিল একোজন ॥ ২৯৪২৬

### পৰশুৰামৰ অশ্বমেধ যজ্ঞ

ক্ষত্ৰিয়ৰ অন্ত কৰি জমদগ্নিসুত।
কাশ্যপ ঋষিক মাতি অনাইলা ত্বৰিত ॥
অশ্বমেধ যজ্ঞক যজিলা তপোধন।
প্ৰাণীহত্যা বধপাপ এৰাইবাক মন ॥ ২৯৪২৭
অৱশেষ ক্ষত্ৰিয়ৰ ৰক্ষাৰ কাৰণে।
পূৰ্ণাহুতি কাশ্যপেয়ো দিলা মনে মনে ॥
জানা পশুৰামে ইটো সাতো পৃথিৱীক।
উৎসগিয়া দান দিলে কাশ্যপ ঋষিক ॥ ২৯৪২৮
কাশ্যপে বোলন্ত শুনা ৰাম মহাশয়।
মোৰ আধিপত্যে থাকিবাক যোগ্য নয় ॥
পাচে পশুৰামে সাগৰক কৈলা ধ্যান।
সমুদ্ৰেয়ো ইটো কথা জানি অনুমান ॥ ২৯৪২৯

সূৰ্পাৰক নামে দেশ জলৰ মধ্যত।
নিৰ্ম্মাণ কৰিলা পশুৰামৰ নিমিত্ত ॥
পাচে সেহি থানে পশুৰাম চলি গৈলা।
কাশ্যপেয়ো সপ্তদ্বীপা আক্ৰমিয়া লৈলা ॥ ২৯৪৩০
ব্ৰাহ্মণগণক থাপিলেক থানে থানে।
কাশ্যপেয়ো চলি গৈলা ঘোৰ তপোবনে ॥
আত অনন্তৰে কথা ভৈল যেন ঠান।
কহো দদা যুধিষ্ঠিৰ কৰা অৱধান ॥ ২৯৪৩১
বৈশ্য শূদ্ৰ আদি আছিলেক যত যত।
চৌৰ ভাবে ভৈল বিপ্ৰভাৰ্য্যাত সঙ্গত ॥
অৰাজক ভৈল সবে ইটো পৃথিৱীত।
বলৱন্তে নিৰ্ব্বলীক কৰয় পীড়িত ॥ ২৯৪৩২
অধৰ্ম্মৰ বলে ভৈল পৃথিৱী বিকল।
সহিবাক নপাৰিয়া যাই ৰসাতল ॥
কাশ্যপে দেখিলা পৃথিৱীৰ শোক আতি।
আথে বেথে ঋষিয়ো ধৰিলা উৰু পাতি ॥ ২৯৪৩৩
এতেকে পৃথিৱীখান বৈলেক সঞ্জাত।
সেহি হেতু উৰ্ব্বি নাম জগতে প্ৰখ্যাত ॥
কাশ্যপত পৃথিৱীয়ে নিবেদিলা কাৰ্য্য।
ৰাজা পাতি মোক ৰক্ষা কৰা ঋষিৰাজ ॥ ২৯৪৩৪
পৃথিৱী বদতি মুনি শুনা অভিপ্ৰায়।
যৈত যৈত ক্ষত্ৰিয় আছন্ত ৰক্ষা পাই ॥
মোহোৰ ৰক্ষাৰ তুমি চিন্তিয়ো উপায়।
প্ৰতি জনে জনে মই দিবোহো চিনাই ॥ ২৯৪৩৫
হৈহেয় বংশত জানা স্ত্ৰী ৰূপক ধৰি।
এক গুটি ক্ষত্ৰিয় আছয় ৰক্ষা পৰি ॥
পুৰুষ বান্ধৱ বিদুৰথৰ তনয়।
ঋক্ষ পৰ্ব্বতত সিটো লুকায়া আছয় ॥ ২৯৪৩৬
অসংখ্য ভালুকে তাক আছয় আৱৰি।
সেহি একগুটি ঋষি আছে ৰক্ষা পৰি ॥
পৰাশৰ ঋষিয়ে সততে দায়া কৰি।
শূদ্ৰভাৱে দাস হুয়া আছে আজ্ঞা কৰি ॥ ২৯৪৩৭
সদায়ে ঋষিৰ পৰিচৰ্য্যা আচৰন্ত।
জানা মুনিৰাজ সিটো একগুটি আছন্ত ॥
সকল কাৰ্য্যক সিটো জনেসে জানয়।
সিয়ো জনে মোক ৰক্ষা কৰিতে পাৰয় ॥ ২৯৪৩৮
সিদ্ধি নৃপতিৰ পুত্ৰ নামত গোপতি।
সৰ্ব্বগুণে গুণাকৰ আতি শুদ্ধমতি ॥
বনত বাঢ়িছে গোৰ দুগ্ধ কৰি ভোগ্য।
সিয়ো জনে মোক ৰক্ষা কৰিবাক যোগ্য ॥২৯৪৩৯
প্ৰাতৰ্দ্দন পুত্ৰৰ যে বৎসল যাৰ নাম।
গৰুৰ গোষ্ঠত সদা কৰিছে আশ্ৰম ॥
গোক্ষীৰক ভুঞ্জি ৰক্ষা কৰিছে জীৱন।
মোক ৰক্ষা কৰিবে পাৰয় সিটো জন ॥ ২৯৪৪০
দধিবাহনৰ পুত্ৰ দিবিৰথ নাম।
তাহাৰ তনয় অঙ্গ আতি অনুপাম ॥
তাক গঙ্গাদেৱী ছদ্মে ৰাখিছে সদায়।
সেহি এক জন জানা আছে ৰক্ষা পাই ॥ ২৯৪৪১
বৃহদ্ৰথ নামে এক পৰম মহন্ত।
গৃধ্ৰকূট পৰ্ব্বতত লুকায়া আছন্ত ॥
গোলাঙ্গুল বানৰে ৰাখিছে যত্ন কৰি।
মহা সঙ্কুচিত ভাৱে আছে ৰক্ষা পৰি ॥ ২৯৪৪২
মৰুতৰ বংশত আছয় যিবা জন।
যত্নে সমুদ্ৰেয়ো তাক কৰিছে ৰক্ষণ ॥
আৰো শুনি আছো মুনি মোহোৰ শ্ৰৱণে।
লৌহাকাৰ স্বৰ্ণকাৰ হুয়া কতো জনে ॥ ২৯৪৪৩
সাৱহিত হুয়া প্ৰাণ ৰাখিয়া আছয়।
প্ৰতি প্ৰতি কৰি আৰে চিনাইলোহো মই ॥
সেহিসকলৰ পিতৃ পিতামহগণ।
মোহোৰ নিমিত্তে যুদ্ধে এৰিলেক প্ৰাণ ॥ ২৯৪৪৪

সেহিসকলক আনি কৰিয়ো নৃপতি।
তেবেসে মোহোৰ ৰক্ষা হৈবেক সম্প্ৰতি ॥
বাসুদেৱে বোলে দদা শুনা মহামতি।
হেন যদি আদেশ কৰিলা বসুমতী ॥ ২৯৪৪৫
পৃথিৱীৰ বাক্যত কাশ্যপ মুনিবৰ।
যোগবলে সমস্তকে আনিলা সত্বৰ ॥
বিধিৱতে সমস্তকে কৰি অভিষেক।
থানে থানে নৃপতি সবাকে পাতিলেক ॥ ২৯৪৪৬
সেহিসকলৰ পুত্ৰ পৌত্ৰ যত যত।
সম্প্ৰতিয়ো যুধিষ্ঠিৰ দেখাহা সাক্ষাত ॥
মোতে যিটো পুছিলাহা পূৰ্ব্বৰ বৃত্তান্ত।
মতি অনুসাৰে মই কহিলো তোমাত ॥ ২৯৪৪৭
বৈশম্পায়নে বোলে শুনা ৰাজা জন্মেজয়।
পথত চলন্তে যুধিষ্ঠিৰ কৃপাময় ॥
এহিমতে কথামাতে চলে কুতূহলে।
কৃষ্ণক দেখিয়া যেন কোটি সূৰ্য্য জ্বলে ॥ ২৯৪৪৮
শুনা পুণ্য কথা সমস্তৰে যত প্ৰাণী।
ব্যাসৰ অৰথ ইটো পৱিত্ৰ কাহিনী ॥
লোকক কৃপায়ে হৰি ব্যাস ৰূপ ধৰি।
শাস্ত্ৰচয় নিৰ্ম্মিলেক ভাগ ভাগ কৰি ॥ ২৯৪৪৯
জ্ঞান কৰ্ম্ম ভক্তি আৰো প্ৰবৃত্তি নিবৃত্তি।
বেদৰ ৰহস্য নিৰন্ধিলা যত নীতি ॥
আদি অন্তে মধ্যে শাস্ত্ৰে হৰিকেসে কয়।
হৰি সম অন্য দেৱ নাহিকে নিশ্চয় ॥ ২৯৪৫০
নলাগে কৰিতে তপ জপ যজ্ঞ কষ্ট।
শ্ৰৱণ কীৰ্ত্তনে কৃষ্ণ হোৱয় সন্তুষ্ট ॥
পুত্ৰ ভাৰ্য্যা ধন জন দেখা নিৰন্তৰে।
সকলে থাকিবে যমে নিবে একেশ্বৰে ॥ ২৯৪৫১
হেন জানি সকলত হুয়োক নৈৰাশ।
কৃষ্ণৰ চৰণে কৰা সুদৃঢ় বিশ্বাস ॥
কৃষ্ণেসে পৰম দেৱ কৃষ্ণে মোক্ষ কাম।
ভণে দ্বিজ লক্ষ্মীনাথে বোলা ৰাম ৰাম ॥ ২৯৪৫২

শ্ৰীকৃষ্ণ পাণ্ডৱসকলৰসৈতে ভীষ্মৰ ওচৰত উপস্থিত

ছবি

বৈশম্পায়নে বোলে কথা শুনা ৰাজা জন্মেজয়
আতপৰে যেন কথা ভৈল।
ৰামৰ বিক্ৰম শুনি যুধিষ্ঠিৰ মহামানী
মনে বৰ বিস্ময় লভিল ॥
গোবিন্দত পূৰ্ব্বাপৰ কহে পাছে নৃপবৰ
ৰামৰ বিক্ৰম নিৰন্তৰ।
ক্ৰোধে যেন যম সম প্ৰতাপত হুতাশন
পৰাক্ৰমে ইন্দ্ৰ সমসৰ ॥ ২৯৪৫৩
যতেক ক্ষত্ৰিয় মানে বধিলেক ঘোৰ ৰণে
নিক্ষত্ৰিয় কৰিলা ধৰণী।
যিবা ৰৈল অৱশেষ পলাই গৈলা দশোদিশ
ৰামেসে ৰাখিলা মনে গুণি।
সমুদ্ৰে ৰাখিলা কাকো গঙ্গাদেৱী ৰাখিলন্ত
কতো কতো গোষ্ঠে ৰহিলেক।
কাশ্যপে আনিয়া পাচে নৃপতি পাতিয়া থৈল
কিনো ধন্য ধন্য নৰলোক ॥ ২৯৪৫৪
এহিমতে যদুবীৰ সঙ্গে লৈয়া যুধিষ্ঠিৰ
কথামাতে পথে চলি যান্ত।
শৰৰ শয্যাত পৰি শুতি আছে গঙ্গাসুত
দুয়োজনে গৈয়া দেখিলন্ত ॥
ভীষ্মৰ প্ৰতাপ ৰশ্মি সমস্তে টুটিয়া গৈল
যেন সায়াহ্নৰ দিবাকৰ।
চতুষ্পাশে মুনিগণে আৱৰি আছয় বসি
দেৱ মধ্যে যেন পুৰন্দৰ ॥ ২৯৪৫৫
সামীপ্যত বহে নদী যাৰ নাম মোঘৱতী
আনো ক্ষুদ্ৰ মধ্যত প্ৰধান।
দূৰত দেখিয়া হেন যুধিষ্ঠিৰ নাৰায়ণ
ৰথহন্তে নামিয়া তেখন ॥
যদু সৈন্য সমন্বিতি পাণ্ডৱৰ চাৰি ভাই
একেলগে নামিলা ৰথৰ।

মনক সঙ্কোচ কৰি ধীৰে ধীৰে যান্ত চলি
পাইলা ঋষিসবৰ ওচৰ ॥২৯৪৫৬
গোবিন্দ সাত্যকি ৰাজা যুধিষ্ঠিৰ সমন্বিতে
সমস্তেয়ো নমিলা ঋষিক।
এহি সমস্তেয়ো যাই ভীষ্মৰ সমীপে গৈয়া
নিয়মে আৱৰি বসিলেক ॥
সবে গাঙ্গেয়ক গৈয়া সাৱহিতে প্ৰণামিয়া
দুখে কৃষ্ণে বুলিলা বচন।
শুনিয়োক গঙ্গাসুত পুছো মই তোমাসাত
দেখো সবে ব্যথিত জীৱন ॥২৯৪৫৭
সৰ্ব্বগাৱে শৰঘাৱ দেখিয়া কাম্পয় গাৱ
বুদ্ধি কিবা আছে পূৰ্ব্বৱতে।
মৰণ দুখত কৰি অধিক শৰীৰ দুখ
বেদনাক সহিছা কিমতে ॥
আত্মা শৰীৰক ভিন্ন কৰি মানে যিটোজনে
তভো গাৱে কৰয় বেদনা।
কুৰু-কুল-বংশ শ্ৰেষ্ঠ জানে সবে নিষ্টে নিষ্ট
তুমি সম নাহি একো জনা ॥ ২৯৪৫৮
তযু সম জ্ঞানৱন্ত নাহি কেহো সংসাৰত
তিনিয়ো কালক জানা তুমি।
দেৱতাৰ সৃষ্টি লয় কহিবে সমৰ্থ হয়
নিষ্টে আক জানি আছো আমি ॥
জ্ঞানীসকলৰ মধ্যে সবাতে প্ৰধান তুমি
সমুদায় ধৰ্ম্মৰ ভাণ্ডাৰ।
যেথনে সম্পুৰ্ণ ৰাজ্যে আছিলাহা ৰাজ্য কৰি
সুখ ভোগ ভুঞ্জিলা আপাৰ ॥২৯৪৫৯
সহস্ৰ সুন্দৰী নাৰী থাকে পৰিচৰ্য্যা কৰি
তথাপিতো নটলয় মন।
আৰো নানা শাস্ত্ৰ যত সাঙ্গোপাঙ্গে ধনুৰ্ব্বেদ
জানা তুমি শান্তনুনন্দন ॥
সমস্ত প্ৰাণীতে হিত হিংসা বিৰহিত শান্ত
মহাধীৰ তুমি সম নাই।
দেৱতা গন্ধৰ্ব্ব যত অসুৰ ৰাক্ষস যক্ষ
একে ৰথে জিনিলা হেলাই ॥২৯৪৬০

বিপ্ৰগণে আছে কহি বসুৰ মধ্যত তুমি
গুণৱন্ত বাসৱ সমান।
মনুষ্যৰ মধ্যে ইন্দ্ৰ দেখোহো তোমাক আমি
তুমি সম নেদেখোহো আন ॥
তযু নাতি যুধিষ্ঠিৰ জ্ঞাতি শোকে কলেৱৰ
দহিয়া আছয় সৰ্ব্বক্ষণ।
নিবেদন কৰো মই খণ্ডায়োক শোকচয়
ৰাজাৰ হুয়োক স্বস্থ মন ॥২৯৪৬১
চাৰিয়ো জাতিৰ ধৰ্ম্ম যাৰ যেন ঠান কৰ্ম্ম
আৰো চাৰি বিধ আশ্ৰমক।
বেদত আছয় যত শিষ্টে যিবা আচৰয়
সকলৰ জানাহা ধৰ্ম্মক ॥
প্ৰবৃত্তি নিবৃত্তি মাৰ্গ জানা উভয়ৰ তত্ত্ব
ইতিহাস আচাৰ পুৰাণ।
ধৰ্ম্ম শাস্ত্ৰ আছে যত সবাৰো জানাহা তত্ত্ব
সমস্তকে কৰাহা ব্যাখ্যান ॥২৯৪৬২
লোকৰ মনৰ যত সংশয় আছয় মানে
তাহাকো ছেদিবা পাৰা তুমি।
এতেকে ৰাজাৰ মনে আছে যত সংশয়ক
গুচায়োক চাহি থাকো আমি ॥
ঋষি নিগদতি কথা শুনা পৰীক্ষিতসুত
কৃষ্ণে যত বুলিলা যুগুতি।
শান্তনুনন্দনে পাচে অল্প কৰি তুলি মুণ্ড
কৃতাঞ্জলি বুলিলেক তুতি ॥২৯৪৬৩
শুনিয়োক সৰ্ব্বজন কৃষ্ণত অৰ্পিয়া মন
কৃষ্ণেসে খণ্ডিবে দুখ শোক।
তান পদে কৰা ৰতি সততে কৰিয়ো ভক্তি
তেবেসে লভিবা বৈকুণ্ঠক ॥
কৃষ্ণসে তৰণ হেতু জানা আক নিষ্ট কৰি
তেবে ভকতৰ পূৰ্ণকাম।
দীন দ্বীজে বোলে বাণী সমজ্যাৰ যত প্ৰাণী
সঘনে ঘুষিয়ো ৰাম ৰাম ॥২৯৪৬৪

ভীষ্মৰ শ্ৰীকৃষ্ণস্তুতি

পদ

নমো নমো ভগৱন্ত মহিমা অনন্ত।
চৰাচৰ লোক সৃজি আছা যত যত ॥
লোকসকলৰ কৰ্ত্তা সংহাৰাহা তুমি।
কায়-বাক্য-মনেসে শৰণ লৈলো আমি ॥২৯৪৬৫
সৃজিছা ব্ৰহ্মাণ্ড তুমি জানো সকলৰ।
তোমাতেসে জন্ম হোৱে প্ৰাণী নিৰন্তৰ ॥
তযু পাদপদ্মত কৰোহো নমস্কাৰ।
প্ৰণামোহো নাৰায়ণ ত্ৰৈলোক্য ঈশ্বৰ ॥ ২৯৪৬৬
তুমি যোগেশ্বৰ যোগীগণৰ আশ্ৰিত।
লোকৰ আশ্ৰয় তুমি নমো চৰণত ॥
জ্ঞানী মধ্যে বৰ ভক্ত বুলিছাহা মোক।
মই অজ্ঞমতি নজানোহা তোমাসাক ॥ ২৮৪৬৭
শিৰ ঢাকি আছা অৰ্দ্ধ পদেৰে মহীক।
দশোদিশে ভুজ দুই তোমাৰ ভৈলেক ॥
ৰবিত উভয় নেত্ৰ বীৰ্য্যে পুৰন্দৰ।
পীতবস্ত্ৰে প্ৰকাশিত শ্যাম কলেবৰ ॥ ২৯৪৬৮
সজল মেঘত যেন প্ৰকাশে বিজুলী।
মকৰ কুণ্ডল কৰ্ণে কৰে জিলিমিলি ॥
মই দেখা দামোদৰ মৃতক আকাৰ।
দিয়া ইষ্ট গতি মোক প্ৰভু ইকালৰ ॥ ২৯৪৬৯
কৃষ্ণে বোলে শুনা তুমি শান্তনু নন্দন।
তুমি সম ভক্ত মোৰ আছে কোন জন ॥
ইমত সঙ্কটে ৰূপ দেখাইলো তোমাক।
অভকত জনে জানা নজানয় মোক ॥ ২৯৪৭০
তপ জপ দান যজ্ঞ যজি আছা তুমি।
সেহিসে কাৰণে আৱে দেখা দিলো আমি ॥
শুনা কুৰুবীৰ আৱে মোহোৰ বচন।
ছাপন দিবস তযু আছয় জীৱন ॥ ২৯৪৭১
স্বকীয় ইচ্ছাতে তুমি এৰিবাহা প্ৰাণ।
আপুনাৰ শুভকৰ্ম্মে পাবা নিজ স্থান ॥
তোমাৰ লগৰ জানা অষ্ট বসুগণ।
সকলেয়ো বিমানত কৰি আৰোহণ ॥ ২৯৪৭২
উদিত সূৰ্য্যক যেন দেৱগণে আসি।
বিমানত থাকি সদা থাকন্ত উপাসি ॥
তোমাসাক সেহিমতে অষ্ট বসুগণে।
অন্তৰ্দ্ধান হুয়া বেঢ়ি আছে সৰ্ব্বক্ষণে ॥ ২৯৪৭৩
উত্তৰ অয়নে যেবে সূৰ্য্যে কৰে গতি।
তেবে সেহি কালে প্ৰাণ এৰিবা সম্প্ৰতি ॥
যিটো উত্তৰাৰ্কে প্ৰাণ এৰে জ্ঞানী জন।
তাসম্বাৰ পুনৰপি নাহি আগমন ॥ ২৯৪৭৪
তুমি সেহি পদ পাইবা কহিলো নিশ্চয়।
আমাৰ বাক্যত আৰ নাহিকে সংশয় ॥
তুমি যদি সেহি লোকে গৈলা মহাশয়।
যত জ্ঞান আছে মানে যাইবেক নিশ্চয় ॥ ২৯৪৭৫
এতেকে সমস্তে আসি আছে তযু ঠাই।
ধৰ্ম্ম জিজ্ঞাসিবে মনে কৰি অভিপ্ৰায় ॥
জ্ঞাতিশোকে হত হুয়া আছে মহাৰায়।
ধৰ্ম্ম অৰ্থ কথা যত কহিয়ো বুজাই ॥ ২৯৪৭৬
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
কৃষ্ণৰ বচন শুনি ভীষ্ম মহাশয় ॥
কৃতাঞ্জলি কৰি বাক্য বুলিলা মিনতি।
কৃষ্ণ লোকনাথ শিৱ অগতিৰ গতি ॥ ২৯৪৭৭
তোমাৰ চৰণে মোৰ আনন্দিত মন।
তুমি বাক্য পতি যে অচ্যুত নাৰায়ণ ॥
তোমাৰ চৰণে মোৰ হৌক সদগতি।
নেদেখো উপায় প্ৰভু তুমি বিনে গতি ॥ ২৯৪৭৮
তোমাৰ আগত মই কি কহিবো আৰ।
তযু উদৰত আছে ইটো চৰাচৰ ॥

আৰো নিবেদন কৰো শুনা নাৰায়ণ।
শৰঘাৰে বিকল হুই আছে মোৰ মন ॥ ২৯৪৭৯
সকল শৰীৰ মোৰ বিষে জৰ্জ্জৰিত।
বুদ্ধি থিৰ কৰিবে নপাৰো কদাচিত ॥
আগে শৰীৰৰ কান্তি আছিলেক যেনে।
চাহিয়োক কৃষ্ণ মোক আৰে ভৈলো কেনে ॥২৯৪৮০
বিষানল সম শৰে মোহোৰ গাৱত।
বেদনা কৰয় সবে বল ভৈল হত ॥
বিষৰ জালত কতো শ্ৰুতিয়ো হৰাই।
প্ৰাণ মৰি যায় যেন মৰ্ম্মে পীড়া পাই ॥ ২৯৪৮১
আজুৰিলে মুখহন্তে নাসে মোৰ বাণী।
কেনমতে জ্ঞানক কহিবো চক্ৰপাণি ॥
মোহোত প্ৰসন্ন হুয়ো দেৱ যদুপতি।
মৃতক আকাৰ মই হুয়াছো সম্প্ৰতি ॥ ২৯৪৮২
নপাৰো কহিবে মুখে নোলায় বচন।
হেন জানি ক্ষমা কৰিয়োক নাৰায়ণ ॥
কিবা আকাশত আছো কিবা পৃথিৱীত।
দিশক নজানো মোৰ গাৱে নাহি তত্ত্ব ॥ ২৯৪৮৩
তোমাক দেখিয়া কিছো লভিছো চেতন।
যেনে তেনে অল্প কৰি বুলিছো বচন ॥
ৰাজাৰ আগত হিত কথা কহা তুমি।
তুমি বিদ্যমানে কেনে কহিবোহো আমি ॥ ২৯৪৮৪
আৰে তোমাৰ আগত তুমিসে জনাৰ্দ্দন।
কহিবো দৃষ্টান্ত লৈয়ো ইহাৰ প্ৰমাণ ॥
শিষ্যগণে আসি যেন গুৰুৰ আগত।
ধৰ্ম্ম কহিবাক লাগি নোহয় উচিত ॥ ২৯৪৮৫
জানা দামোদৰ আমি তোমাৰ আগত।
ধৰ্ম্ম শাস্ত্ৰ কহিবাক নুহিকে শকত ॥
বাসুদেৱ বদতি শুনিয়ো গঙ্গাসুত।
যিটো কহিলাহা তুমি সকলে উচিত ॥ ২৯৪৮৬
কহিলাহা যত মোত গাৱৰ বেদনা।
আৰো বোলা মোৰ গাৱে নাহিকে চেতনা ॥
তোমাত প্ৰসন্ন ভৈলো কুৰু বংশধৰ।
দিওঁ লোৱা তোমাঠৈৰ অভিমত বৰ ॥ ২৯৪৮৭
গ্লানি মূৰ্চ্ছা দাহচয় সব হৌক দূৰে।
ক্ষুধা তৃষ্ণা নলাগোক তোমাৰ শৰীৰে ॥
তযু মুখে জ্ঞানচয় হৌক প্ৰকাশিত।
মন বুদ্ধি সদায়ে হুয়োক ধৰ্ম্মৰত ॥ ২৯৪৮৮
আৰো শুনা কুৰুবৃদ্ধ মোহোৰ বচন।
তোমাসাৰ দিব্যচক্ষু হৌক সৰ্ব্বক্ষণ ॥
সকল প্ৰাণীত সদা চলি থাকো আমি।
সমস্তে প্ৰাণীত মোক দেখিবাহা তুমি ॥ ২৯৪৮৯
যিমতে কৈৱৰ্ত্তে মীন দেখয় জলত।
মোক সেহিমতে তুমি দেখিবা লোকত ॥
বৈশম্পায়নে বোলে জন্মেজয় নৰপতি।
পাচে যেন ভৈলা কথা শুনিয়ো সম্প্ৰতি ॥ ২৯৪৯০
ব্যাসদেৱ মুখ্যে জানা যত ঋষিগণ।
বেদবাক্যে কৃষ্ণক অৰ্চ্চিলা সেহিক্ষণ ॥
সেহি সময়ত পাচে যেন কথা ভৈলা।
আকাশত থাকি দেৱে পুষ্প বৰষিলা ॥ ২৯৪৯১
আকাশত ছানি বাদ্য বাৱে বিদ্যাধৰে।
গন্ধৰ্ব্বে গাৱয় গীত আতি উচ্চৈস্বৰে ॥
নানা ছন্দে অপেস্বৰা নাচয় তথাত।
জয় কৃষ্ণ বোল উঠিলেক সিবেলাত ॥ ২৯৪৯২
সুগন্ধ শীতল বায়ু দিশ ছানি বহে।
তাৰ স্পৰ্শ লাগিয়া জনৰ মন মোহে ॥
পৰম নিৰ্ম্মল জানা ভৈলা দশোদিশ।
মৃগ পক্ষীগণে ৰাৱ তেজিলা অশেষ ॥ ২৯৪৯৩
সেহি সময়ত পাচে দেৱ হৃষীকেশ।
দেখে সূৰ্য্য অস্তাচলে ভৈলেক প্ৰৱেশ ॥

সেহি সময়ত ব্যাস আদি ঋষি লোক ।
কৃষ্ণ যুধিষ্ঠিৰ ভীষ্ম সমে ইসবক ॥ ২৯৪৯৪
সৎকাৰ কৰিয়া বুলিলেক প্ৰিয় বাক ।
বিদায় কৰিলো আমি চলিলো গৃহক ॥
কৃষ্ণ যুধিষ্ঠিৰ সমে পঞ্চম পাণ্ডৱ ।
সাত্যকি সঞ্জয় কৃপ সবে একে ঠাৱ ॥ ২৯৪৯৫
লগতে আসিয়া যত আছয় নৃপতি ।
জানুশিৰে কৃষ্ণক কৰিলা সবে নতি ॥
ঋষিসকলেও কৰি আশীষ বচন ।
প্ৰভাতে আসিবো বুলি কৰিলা গমন ॥ ২৯৪৯৬
হৃষীকেশ সমে সবে কুন্তীসুতগণ ।
প্ৰদক্ষিণে গাঙ্গেয়ক কৰিলা বন্দন ॥
স্বকীয় ৰথত পাচে আৰোহিলা যাই ।
সঙ্গে হয় হস্তী পদাতিৰ সীমা নাই ॥ ২৯৪৯৭

শ্ৰীকৃষ্ণ পাণ্ডৱসকলৰ সৈতে ৰাতি ঋক্ষবন্ত পৰ্ব্বতত বাস আৰু পাচদিনা পুনঃ ভীষ্মৰ ওচৰত উপস্থিত

বৈশম্পায়নে বোলে ৰাজা শুনিয়োক এথা ।
পাণ্ডুগণ সমে কৃষ্ণে যি কৰিলা তথা ॥
এহিমতে যুধিষ্ঠিৰে কৰিলা গমন ।
প্ৰজাৰ আন্দোলে ভূমি কম্পে ঘনে ঘন ॥২৯৪৯৮
সৈন্যসকলক দেখি ভয়ে কাম্পে হিয়া ।
বহে মহানদী যেন পৃথিৱী জুৰিয়া ॥
যুধিষ্ঠিৰে কৃষ্ণে পাচে বুলিলা বচন ।
তোমাৰ চৰণে মনে পশিলো শৰণ ॥ ২৯৪৯৯
এহিমতে গৈয়া ঋক্ষবন্ত গিৰি পাইলা ।
দেখি পূৰ্ব্ব দিশে চন্দ্ৰ উদিত যে ভৈলা ॥
অন্ধকাৰ গুচি দিশ ভৈলেক প্ৰসন্ন ।
প্ৰজাসকলৰ ভৈলা আনন্দিত মন ॥ ২৯৫০০
কতোক্ষণে গৈয়া পাচে পাইলেক নগৰ ।
প্ৰবেশ ভৈলেক গৈয়া স্বকী স্বকী ঘৰ ॥
সিংহ যেন প্ৰবেশিলা পৰ্ব্বত গহ্বৰে ।
সেহিমতে পাণ্ডৱ সহিতে দামোদৰে ॥ ২৯৫০১
বৈশম্পায়নে বোলে ওবা পৰীক্ষিতসুত ।
শুনা কহো ইষ্টদেৱ কৃষ্ণৰ চৰিত ॥
তৃতীয় প্ৰহৰ ৰাত্ৰি ভৈলা নিবৰ্ত্তন ।
শয্যা লভি শয়ন কৰিলা জনাৰ্দ্দন ॥ ২৯৫০২
ৰজনীৰ শেষ জানি দেৱ দামোদৰ ।
উঠিয়া বসিলা পাচে শয্যাৰ উপৰ ॥
ধ্যান কৰি চিন্তিলেক ব্ৰহ্ম সনাতন ।
জ্ঞান-দৃষ্টি সমস্তকে কৰি নিৰীক্ষণ ॥ ২৯৫০৩
আত অনন্তৰে পাচে ভাটগণে আসি ।
কৰিলন্ত স্তুতি কৃষ্ণ-গুণক প্ৰকাশি ॥
গায়নসকলে কৃষ্ণ-গুণক বৰ্ণাই ।
হাতে তালযন্ত্ৰ ধৰি হৰিগুণ গাই ॥ ২৯৫০৪
পণৱ গোমুখ শঙ্খ বজাৱে মৃদঙ্গ ।
বীণা বেণু বাদ্যক বজায়া কৰে ৰঙ্গ ॥
এহিমতে বাদ্য ভণ্ড কৰি সুললিত ।
সুমধুৰ কৰিয়া গায়নে গাৱে গীত ॥২৯৫০৫
আত অনন্তৰে জানা নৃপতিৰ ঘৰে ।
সুত যে মাগধ বন্দীগণে স্তুতি কৰে ॥
স্তুতি কৰি কৃষ্ণক জগাইলা প্ৰভাতত ।
নট ভাটগণে স্তুতি কৰিলা বহুত ॥ ২৯৫০৬
শঙ্খ তূৰ্য্য ভেৰী বীণা অসংখ্য বজাইলা ।
নৃপতিক এহিমতে নিদ্ৰাৰ জগাইলা ॥
শয্যা হন্তে উঠি শৌচ ভৈলা নাৰায়ণ ।
স্নানৰ মন্দিৰে পশি কৰিলেক স্নান ॥ ২৯৫০৭
অনন্তৰে সন্ধ্যা কৰি গায়ত্ৰী জপিলা ।
অগ্নিক থাপিয়া পাচে আহুতি কৰিলা ॥
হোম অৱসানে আসি সহস্ৰ ব্ৰাহ্মণ ।
গাৱে গাৱে দিলা ধেনু সহস্ৰ প্ৰমাণ ॥ ২৯৫০৮

আত পাচে মঙ্গলৰ দ্রব্যক স্পর্শিলা।
সর্ব্বাঙ্গ দর্পণ আনি আপুনাক চাইলা ॥
সাত্যকিক চায়া হৰি বুলিলা বচন।
নৃপতিৰ পাশে তুমি কৰিয়ো গমন ॥ ২৯৫০৯
ভীষ্মৰ সমীপে যাইবে লাগে মহাশয়।
সাজ পাৰ হোক শীঘ্রে কহিয়ো নিশ্চয় ॥
কৃষ্ণৰ আদেশ পাই সাত্যকি চলিলা।
ৰাজাৰ আগত গৈয়া সকলে কহিলা ॥ ২৯৫১০
সাত্যকিৰ বাণী শুনি ৰাজা যুধিষ্ঠিৰ।
অর্জ্জুনক চায়া পাচে বুলিলা উত্তৰ ॥
এতিক্ষণে শীঘ্র কৰি আনা ৰথখান।
সৈন্যসকলক এবে কৰা সাৱধান ॥ ২৯৫১১
তেখনে অর্জ্জুনে পাচে সৈন্যক জর্ণ্টাইলা।
ৰথকো সাজিয়া পাচে ৰাজাক যোগাইলা ॥
বৈশম্পায়নে বোলে ৰাজা শুনা আতপৰে।
ৰথত চৰিলা যুধিষ্ঠিৰ নৃপবৰে ॥ ২৯৫১২
সঙ্গত লৰিলা ভীম সমে চাৰি ভাই।
সসৈন্যে কৃষ্ণৰ গৃহে প্রবেশিলা যাই ॥
ৰাজায়ো আসিলা হেন গোবিন্দে দেখিলা।
সাত্যকি সহিতে গৈয়া ৰথে আৰোহিলা ॥ ২৯৫১৩
সম্ভাষণ কৰি সবে কৰিলা গমন।
ৰথ ঘৰষণে যেন মেঘৰ গর্জ্জন ॥
দাৰুকে ডাকিলা ৰথ বায়ুবেগে চলে।
সবে গৈয়া কুৰুক্ষেত্র পাইলা একে তিলে ॥২৯৫১৪
ভীষ্ম যৈত পৰি আছে শৰৰ শয্যাত।
সবে গৈয়া উপস্থিত ভৈলা সিবেলাত ॥
যেন দেৱগণে আছে ব্রহ্মাক উপাসি।
সেহিমতে ভীষ্মক আবৰি আছে ঋষি ॥ ২৯৫১৫
কৃষ্ণ সমে পাঞ্চ ভাই ৰথৰ নামিলা।
যথাৰতে গৈয়া ঋষিগণক পূজিলা ॥
ব্রহ্মাৰ পাশক যেনমতে পুৰন্দৰ।
সৈন্যৰ মাজত ৰাজা সেহি পটন্তৰ ॥ ২৯৫১৬
আদিত্য পৰিয়া যেন আছে পৃথিৱীত।
শৰৰ শয্যাত ভীষ্ম শোতে সেহিমত ॥
এহিমতে পাণ্ডৱে ভীষ্মক দেখিলন্ত।
নহৱে মনুষ্য ভীষ্ম মনে গুণিলন্ত ॥ ২৯৫১৭
ৰাজা জন্মেজয় পাচে পুছন্ত ঋষিত।
ভীষ্ম পৰি আছে যেবে শৰৰ শয্যাত ॥
কৃষ্ণ পিতামহসব তথা চলি গৈলা।
কহিয়োক ঋষি মোত যেন কথা ভৈলা ॥ ২৯৫১৮
ঋষিয়ে বোলন্ত শুনা পৰীক্ষিতসুত।
কহিবো তোমাত যিটো পুছিলাহা মোত ॥
ভীষ্মৰ চৌপাশে যেন নাৰদাদি ঋষি।
সিদ্ধসবে আসি বসি আছয় উপাসি ॥ ২৯৫১৯
হেন সময়ত কৃষ্ণ সমে পাণ্ডুগণ।
ভীষ্মৰ সমীপে গৈয়া ভৈলা উপসন্ন ॥
ধৃতৰাষ্ট্র প্রমুখে যতেক নৃপবৰ।
সবেয়ো বসিলা গৈয়া ভীষ্মৰ ওচৰ ॥ ২৯৫২০
সবাহানে দেখি পাচে ভীষ্মৰ অৱস্থা।
অসন্তোষ কৰি অন্যো অন্যে কহে কথা ॥
কুৰুবংশ মধ্যে শ্রেষ্ঠ যাক সম নাই।
হেনয় ভীষ্মৰ ভৈলা এমত বিলাই ॥ ২৯৫২১
নাৰদ বদতি পাণ্ডৱৰ পাঞ্চ ভাই।
মন দিয়া শুনা সবে কহো অভিপ্রায় ॥
কিসক লাগিয়া সবে আছা বাট চাই।
বিলম্ব কৰিতে কিছো প্রয়োজন নাই ॥ ২৯৫২২
ভীষ্মৰ মৰণ আসি চাপিলা ওচৰ।
যেন অস্তাচলে অস্ত গৈলা দিবাকৰ ॥
যি পুছিবে লাগি আসি আছা মন কৰি।
সত্বৰে পুছিয়া লৈয়ো বিলম্ব নকৰি ॥ ২৯৫২৩

নাৰদৰ বাক্য শুনি পাণ্ডুপুত্ৰগণ।
অন্যো অন্যে চাই পাচে বুলিলা বচন ॥
যুধিষ্ঠিৰ বদতি শুনিয়ো নাৰায়ণ।
তুমি বিনে ভীষ্মত পুছিবে কোন জন ॥ ২৯৫২৪
ধৰ্ম্মাধৰ্ম্ম জিজ্ঞাসা কৰিয়ো তান ঠাই।
তুমি বিনে মাধৱ আমাৰ গতি নাই ॥
ৰাজাৰ বচন শুনি দেৱ চক্ৰপাণি।
ধীৰে ধীৰে গাঙ্গেয়ক বুলিলেক বাণী ॥ ২৯৫২৫
শুনা কুৰুবৃদ্ধ তুমি বচন আমাৰ।
কিবা সুখে গৈলা আজি ৰজনী তোমাৰ ॥
মন বুদ্ধি শৰীৰৰ কহিয়ো লক্ষণ।
তোমাৰ অৱস্থা দেখি নসহয় মন ॥ ২৯৫২৬
ভীষ্ম নিগদতি প্ৰভু শুনা দামোদৰ।
তযু প্ৰসাদত মোৰ নিৰুজ শৰীৰ ॥
দুখ মোহ গ্লানি পীড়া সবে দূৰ গৈলা।
তযু কৃপালেশে জ্ঞান কৰাগত ভৈলা ॥ ২৯৫২৭
বেদশাস্ত্ৰে যিটো কৰি আছে নিৰূপণ।
দেশ জাতি কুলৰ যে জানোহো লক্ষণ ॥
প্ৰবৃত্তি নিবৃত্তি নিষ্ট লোকত বেকত।
তোমাৰ প্ৰসাদে আত জানোহো সমস্ত ॥ ২৯৫২৮
চাৰিবিধ আশ্ৰমৰো ধৰ্ম্ম জানো মই।
তযু বৰদানে মোৰ গুচিলা সংশয় ॥
ৰাজাসকলৰ ধৰ্ম্ম আছে যত যত।
সকলো বিদিত প্ৰভু তযু চৰণত ॥ ২৯৫২৯
সকলৰো ধৰ্ম্মাধৰ্ম্ম জ্ঞান যত যত।
সকলে কহিবে পাৰো তব প্ৰসাদত ॥
সকলে কহিবে প্ৰভু তুমিসে সামৰ্থ।
তথাপিতো মোক কহিবাক বোলা ব্যৰ্থ ॥ ২৯৫৩০
হাসিয়া ভীষ্মক পাচে বোলন্ত অচ্যুত।
আমাৰ বচন তুমি শুনা গঙ্গাসুত ॥
ধৰ্ম্মাধৰ্ম্ম বেদৰো জানোহো অভিপ্ৰায়।
মোৰ অবিদিত কৈতো কিঞ্চিতেকো নাই ॥ ২৯৫৩১
তথাপিতো তযু মুখে কৰায়ো বিদিত।
তোমাৰ যশস্যা আৰে ৰৌক পৃথিৱীত ॥
এতেকে অপিলো বুদ্ধি যশস্যা তোমাত।
যাৱতে পৃথিৱী থাকে জানা দেৱব্ৰত ॥ ২৯৫৩২
তাৱত অবধি কীৰ্ত্তি থাকোক তোমাৰ।
কদাচিতো মিছা নোহে বচন আমাৰ ॥
ৰাজা সমে তুমি যিটো কৰাহা কথন।
পৃথিৱীত ৰৈব যেন বেদৰ বচন ॥ ২৯৫৩৩
ইটো সম্বাদক যিটো শুনে বা আচৰে।
অন্তে গৈয়া বৈকুণ্ঠ লভিব সিটো নৰে ॥
এতেকে তোমাত অৰ্পিলোহো দিব্যজ্ঞান।
কহিবাক লাগি তুমি হোৱা সাৱধান ॥ ২৯৫৩৪
যিটো পুৰুষৰ কীৰ্ত্তি থাকে পৃথিৱীত।
মৰিলেয়ো সিটো জন থাকয়ে জীৱিত ॥
হতশিষ্ট যিটো ৰাজাগণ নিৰন্তৰ।
ধৰ্ম্ম শুনিবাক চাপি আছয় ওচৰ ॥ ২৯৫৩৫
পিতৃ যেন পুত্ৰত কহয় নীতিচয়।
তুমি সেহিমতে কহিয়োক মহাশয় ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
যেন কথা ভৈল পাচে আত অনন্তৰ ॥ ২৯৫৩৬
কৃষ্ণৰ বচন শুনি শান্তনুনন্দন।
কহিবোহো ধৰ্ম্ম হেন বুলিলা বচন ॥
শুনিয়োক দামোদৰ তব প্ৰসাদত।
মন বুদ্ধি দৃঢ় মোৰ ভৈলা পূৰ্ব্বৱত ॥ ২৯৫৩৭
ধৰ্ম্মময় যুধিষ্ঠিৰে পুছোক মোহোত।
তেবে কহিবাক মই হৈবোহো শকত ॥
মহা ধৰ্ম্মৱন্ত যুধিষ্ঠিৰ যি বেলাত।
জন্মিলাত বৃষ্ণিকুল ভৈলা আনন্দিত ॥ ২৯৫৩৮

কুৰুৰ বংশত ৰাজা গৈল যত মান।
হেন কীৰ্ত্তিমন্ত নাছিলেক একো জন॥
মহা ধৰ্ম্মৱন্ত যাক সম নাই লোক।
হেন যুধিষ্ঠিৰে ধৰ্ম্ম আমাত পুছোক॥ ২৯৫৩৯
ব্ৰহ্মচৰ্য্য ব্ৰতে সদা আচৰে ধৰ্ম্মক।
মহা ধৈৰ্য্যৱন্ত দমি আছে ইন্দ্ৰিয়ক॥
সবাতে সমান তেজৱন্ত বলৱন্ত।
হেনয় পাণ্ডৱে প্ৰশ্ন কৰোক আমাত॥ ২৯৫৪০
সম্বোধি অতিথি ভৃত্য আতি শ্ৰমী জন।
আসম্বাক নিতে যিটো কৰে বহু মান॥
সদা সত্য বোলে জানা তপস্যাত ৰত।
মহা পৰাক্ৰমী যিটো হোৱে ক্ষমাৱন্ত॥ ২৯৫৪১
সকল কাৰ্য্যত যাৰ ভ্ৰম নাহি মন।
হেন নৃপতিয়ে মোক বোলোক বচন॥
অৰ্থ উপাৰ্জ্জন্তে যিটো নকৰে অধৰ্ম্ম।
আতি ভয় পাইলে এভো আচৰয় ধৰ্ম্ম॥ ২৯৫৪২
কামত ক্ৰোধত যিটো পাপ নাচৰয়।
হেন কুন্তীসুতে মোত পুছোক নিশ্চয়॥
কৃষ্ণে বোলে শুনা কহো শান্তনুনন্দন।
তোমাক ভয়ত ৰাজা নোবোলে বচন॥ ২৯৫৪৩
ৰাজ্যৰ কাৰণে বধিলেক যত প্ৰাণী।
তোমাক ইমত কৰিলেক মহামানী॥
যোনো শাপ দিয়া তুমি হুয়া সঙ্কুচিত।
তাতেসে ভয়ত ৰাজা নুপুছয় মত॥ ২৯৫৪৪
ভীষ্ম নিগদতি কথা শুনা কৃপাময়।
তোমাৰ আজ্ঞাত কহিবোহো নীতিচয়॥
দান তপ অধ্যয়ন ধৰ্ম্ম ব্ৰাহ্মণৰ।
সমৰত শৰীৰ এৰিব ক্ষত্ৰিয়ৰ॥ ২৯৫৪৫
পিতৃ পিতামহ ভ্ৰাতৃ গুৰু বন্ধুজন।
সংগ্ৰামত ইসবক কৰিব হনন॥
মিছাত প্ৰবৰ্ত্তে সদা এৰে অঙ্গীকাৰে।
আৰো লুব্ধজন সদা হিংসাক আচৰে॥ ২৯৫৪৬
গুৰুজন ভৈলেয়ো বধিবে নিৰন্তৰ।
জানা কৃষ্ণ এহিসব ধৰ্ম্ম ক্ষত্ৰিয়ৰ॥
যেহিটো ক্ষত্ৰিয়গণে যুদ্ধ বিষয়ত।
শোণিতক জলৰূপ কৰে পৃথিৱীত॥ ২৯৫৪৭
কেশেৰে হোৱয় তৃণ হস্তীয়ে পৰ্ব্বত।
ধ্বজচয়ে বৰ বৰ বৃক্ষ হোৱে তাত॥
সংগ্ৰামত পৰাক্ৰমী হেন যিটোজন।
ধৰ্ম্মৱন্ত ক্ষত্ৰী সিটো কহিলো কাৰণ॥ ২৯৫৪৮
বাঞ্ছা নকৰিলে যিটো খেদি কৰে ৰণ।
সেহিটো ক্ষত্ৰিয় এবে সাফল জীৱন॥
মনু কহি আছে এহি যুদ্ধ ধৰ্ম্মময়।
হেনয় সংগ্ৰামে পৰি স্বৰ্গক চলয়॥ ২৯৫৪৯
বৈশম্পায়ন বদতি শুনিয়ো ৰাজা ধীৰ।
ভীষ্মৰ বচন শুনি ধৰ্ম্ম যুধিষ্ঠিৰ॥
পৰম প্ৰসন্ন হৈয়া সঙ্কোচিত মনে।
দুয়ো হাতে ধৰিলেক ভীষ্মৰ চৰণে॥ ২৯৫৫০
ভীষ্ম আনন্দিত হুয়া আলিঙ্গিয়া কৰে।
শিৰত্ৰাণ কৰিলেক আতি দায়াতৰে॥
ভীষ্ম নিগদতি যুধিষ্ঠিৰ মহাশয়।
পুছিয়োক যত মোত এৰিয়া সংশয়॥ ২৯৫৫১
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
কহিবোহো কথা মই আত অনন্তৰ॥
যুধিষ্ঠিৰে প্ৰণামিলা চৰণে কৃষ্ণৰ।
ভীষ্মক নমিলা পাচে আত অনন্তৰ॥ ২৯৫৫২
ঋষিসকলক পাচে প্ৰণামিলা পাৰে।
কৰযোৰে ভীষ্মক বুলিলা নম্ৰভাৱে॥
জানো পিতামহ ৰাজধৰ্ম্মেসে প্ৰধান।
ৰাজ্যভাৰ সম কেহো নাহিকয় আন॥ ২৯৫৫৩

কহিয়ো বিশেষ কৰি ৰাজধৰ্ম্মচয়।
ৰাজাৰ ধৰ্ম্মেসে প্ৰাণীগণৰ আশ্ৰয় ॥
ধৰ্ম্ম অৰ্থ কাম মোক্ষ বৰ্গ চতুষ্টয়।
ৰাজধৰ্ম্মে এহি চাৰিবৰ্গ সিদ্ধি হয় ॥ ২৯৫৫৪
ঘোটকৰ ৰজ্জু যেন অঙ্কুশ হস্তীৰ।
ৰাজনীতি সেহিমত জানিবা প্ৰাণীৰ ॥
যিটো নৃপগণে ৰাজনীতি নজানয়।
তাৰ প্ৰাণী সমস্তৰ স্থান স্থিতি নাই ॥ ২৯৫৫৫
যেন সূৰ্য্য উদয়ে গুচয় অন্ধকাৰ।
ৰাজাৰ নীতিয়ে দুখ গুচয় প্ৰজাৰ ॥
এতেকে পুছোহো ৰাজধৰ্ম্মনীতিচয়।
অনুগ্ৰহ কৰি মোত কহিয়ো নিশ্চয় ॥ ২৯৫৫৬

যুধিষ্ঠিৰৰ আগত ভীষ্মৰ ৰাজধৰ্ম্মনীতি কথন

ভীষ্ম নিগদতি ধৰ্ম্ম কৰো নমস্কাৰ।
কৃষ্ণৰ চৰণে সেৱা কৰো বাৰে বাৰ ॥
ব্ৰাহ্মণসবৰ মই প্ৰণামো চৰণ ॥
সম্প্ৰতি শুনিয়ো ধৰ্ম্ম কুন্তীৰ নন্দন ॥ ২৯৫৫৭
মই যেহিমতে জানো ৰিধিৰ বিধান।
দেৱতা ব্ৰাহ্মণ কৰিবাহা সনমান ॥
ব্ৰাহ্মণ দেৱক যিটো পূজয় সদায়।
তেবেসে ধৰ্ম্মৰ জানা ঋণ সুজা যায় ॥ ২৯৫৫৮
দেৱতা ব্ৰাহ্মণ যিটো নজানে তৃপিতি।
তাৰ একো ধৰ্ম্ম সিদ্ধি নোহোৱে সম্প্ৰতি ॥
কদাচিতো ৰাজাৰ আপদ আসি মিলে।
ধৈৰ্য্য ধৰি থাকিবা নৃপতি মহাবলে ॥ ২৯৫৫৯
সত্য এৰি অসত্যত যদি হোৱে বুদ্ধি।
সিটো নৃপতিৰ একো কাৰ্য্য নোহে সিদ্ধি ॥
যিটো নৃপতিৰ সদা সত্যে হোৱে ৰত।
ইহলোকে সুখ পৰলোকে হোৱে হিত ॥ ২৯৫৬০

সত্য বিনে নৃপতিৰ নাহিকে বিশ্বাস।
অসত্যত ৰতি ভৈলে হোৱে সৰ্ব্বনাশ ॥
আত পাচে শুনিয়োক ৰাজাৰ লক্ষণ।
যিমত লক্ষণ ৰাজা বোলয় শোভন ॥ ২৯৫৬১
হৈবেক নৃপতি গুণৱন্ত শীল শান্ত।
দমিব ইন্দ্ৰিয় শুদ্ধ বুলিবা নিতান্ত ॥
সবাতো সমান দৃষ্টি দীৰ্ঘ যে দৰ্শিত।
সদ লোক বিচাৰিয়া লৈবেক সঙ্গত ॥ ২৯৫৬২
কুটিলৰ হিত হৈব সকল কাৰ্য্যত।
ভিক্ষুক জনক ব্ৰাহ্মণক নিতে নিত ॥
নৃপতিসকল নদণ্ডিবে কদাচিত।
দোষ গুণ লই সিটো দণ্ডিবে উচিত ॥ ২৯৫৬৩
সদা এহি দুই ৰাজা কৰিব পোষণ।
দান যজ্ঞ আচৰিবে সেহিটো শোভন ॥
পূৰ্ব্বে মনু কহি আছে ইহাৰ লক্ষণ।
এতেকেসে ব্ৰাহ্মণক জানা সৰ্ব্বক্ষণ ॥ ২৯৫৬৪
এহি হেতু ব্ৰাহ্মণক পূজিবা সকলে।
বাঢ়িবে সম্পত্তি ৰাজা হুইবে অবিকলে ॥
তিনি লোক নষ্ট কৰে যিটো বিপ্ৰচয়।
নিগ্ৰহ কৰিবে তাক নৃপতি নিশ্চয় ॥ ২৯৫৬৫
আৰো কহো শুনিয়োক সুকৰ কথন।
অস্ত্ৰ ধৰি বিপ্ৰে যদি খেদি কৰে ৰণ ॥
তাক নৃপতিয়ে নবধিবে সমৰত।
নিগ্ৰহ কৰিয়া ৰাজা থৈবেক সতত ॥ ২৯৫৬৬
ধৰ্ম্মসব যদি নষ্ট হুইবাৰ দেখয়।
তাক যিটো ধৰ্ম্মৱন্তে সদায়ে ৰাখয় ॥
ব্ৰহ্মহত্যা ভ্ৰূণহত্যা গুৰুভাৰ্য্যা হৰে।
জ্ঞানত থাকিয়া যিটো ৰাজদ্ৰোহ কৰে ॥ ২৯৫৬৭
তথাপিতো বিপ্ৰৰ শৰীৰে দণ্ড নাই।
দেশান্তৰী কৰি ৰাজা খেদিবে ডকাই ॥

যদি আৰো ব্ৰাহ্মণক অভিশপ্ত কৰে।
তথাপিতো বিপ্ৰক ৰাখিব দায়াতৰে ॥ ২৯৫৬৮
শুনা সৰ্ব্বজন ইটো কথা বিতোপন।
কৃষ্ণৰ চৰণে সদা অৰ্পিয়োক মন ॥
কৃষ্ণ সম বন্ধু আৰ সংসাৰত নাই।
সকল শাস্ত্ৰত আৰ লোৱা অভিপ্ৰায় ॥ ২৯৫৬৯
গাবে কিছো নাহি শ্ৰম টকা নোহে ব্যয়।
শ্ৰৱণ কীৰ্ত্তনে তুষ্ট হোৱে কৃপাময় ॥
তথাপি নভজি হৰি বৃথা কৰ্ম্ম কৰা।
পাপে পৰ্য্যটিলে ভৈলা জীৱন্ততে মৰা ॥ ২৯৫৭০
কৃষ্ণৰ নামেসে জানা পাপৰ দহন।
শুখান তৃণক যেন দহে হুতাসন ॥
হৰিৰ নামেসে মন কৰয় নিৰ্ম্মল।
হেন জানি ভজা তান চৰণকমল ॥ ২৯৫৭১
তেবে অপ্ৰয়াসে ইটো সংসাৰক তৰি।
অন্তে গৈয়া লভিবাহা বৈকুণ্ঠ নগৰী ॥
দ্বিজ লক্ষ্মীনাথে ভণে শুনা সৰ্ব্বজন।
ৰাম ৰাম কৃষ্ণ বুলি শুদ্ধ কৰা মন ॥ ২৯৫৭২

দুলড়ী

অৰ্থত নৃপতি নকৰিবে মতি
প্ৰজাক ৰাখিব আৰ।
প্ৰজাতেসে হস্তে সৰ্ব্ব সিদ্ধি হয়
প্ৰজায়ে জানা ভাণ্ডাৰ ॥
সমস্ত স্বৰ্গৰ মধ্যে শ্ৰেষ্ঠতৰ
দুৰ্জ্জনৰ আতিশয়।
এহি হেতু ৰাজা চাৰিয়ো বৰ্ণক
কৰিবে দায়া নিশ্চয় ॥ ২৯৫৭৩
যিটো ৰাজাচয় সদা ধৰ্ম্মময়
সত্যত প্ৰবৰ্ত্তে নিত।
তাহাৰ দেশৰ প্ৰজা নিৰন্তৰ
আতি হোৱে আনন্দিত ॥
নৃপতি প্ৰজাক পুত্ৰ সম কৰি
মানিবেক প্ৰতিদিন।
তেবেসে ৰাজাৰ নিতে ধৰ্ম্ম হোৱে
জানাহা কুন্তীনন্দন ॥ ২৯৫৭৪
যদি নৃপবৰ আতি মৃদুতৰ
হোৱে জানা যুধিষ্ঠিৰ।
সেহিটো পৰম নৃপতি অধম
কহো শুনা পটন্তৰ ॥
আতি থুলন্তৰ জন্তুতো ডাঙ্গৰ
মহা বলৱন্ত হস্তী।
ক্ষমাৰ কাৰণে দেখা নৰগণে
শিৰত চড়ে সম্প্ৰতি ॥ ২৯৫৭৫
আতি ক্ষমাৱন্ত ভৈলেসে নৃপতি
ভৃত্যে পাৱে বৰ লাই।
এহি হেতু ৰাজা মৃদু নহৈবেক
ভৈলেয়ো মিলে অপায় ॥
বসন্ত কালত সূৰ্য্যৰ তাপত
জানা লোক নিৰন্তৰ।
আতি শীত উষ্ণ নপাৱে মনুষ্য
আহ্লাদ মিলে মনৰ ॥ ২৯৫৭৬
যেনয় সন্তৰ সূৰ্য্য পটন্তৰ
সৰ্ব্বত্ৰে হৈব নৃপতি।
জানা যুধিষ্ঠিৰ তেবেসে প্ৰজাৰ
মিলয় সুখ সম্প্ৰতি ॥
সাক্ষাতে প্ৰজাৰ পৰ আপুনাৰ
অনুমানে লক্ষ্য কৰি।
জিজ্ঞাসিবে চিত যি ৰাজা মণ্ডিত
তেবেসে দুৰ্গতি তৰি ॥ ২৯৫৭৭
যদি ব্যসনত প্ৰবৰ্ত্তে নৃপতি
প্ৰজাহন্তে পায় ভয়।
শুনিয়ো ব্যসন কহো ভিন্নে ভিন্ন
শুনা তুমি মহাশয় ॥
স্ত্ৰীত আসকতি নৃত্য গীতে ৰতি
সদায় খেলাৱে দ্যূত।

মৃগ মাৰি বনে ফুৰে সৰ্ব্বক্ষণে
পিয়ে সুৰা হুয়া মত্ত ॥ ২৯৫৭৮
এহিসে ব্যসন কহিলো লক্ষণ
জানাহা পাণ্ডুনন্দন।
নৃপতিৰ হিংসা ধৰ্ম্মেসে অধৰ্ম্ম
প্ৰজাত মিলে কন্দল ॥
সদায়ে প্ৰজাৰ চিন্তিবেক হিত
ৰাজাৰ এহি লক্ষণ।
যেন গৰ্ভৱতী নাৰীৰ সম্প্ৰতি
গৰ্ভত সদায়ে মন ॥ ২৯৫৭৯
আপুনাৰ প্ৰিয় স্বামীক ত্যেজিয়া
গৰ্ভৰ চিন্তয় হিত।
কহিলো নিশ্চয় যত ৰাজাচয়
হৈবে জানো এহিমত ॥
অপ্ৰিয় জনক সদা তেজিবেক
হীনজন সঙ্গে লৈব।
ভৃত্যজন সমে সদা পৰিহাস
নৃপতিয়ে নকৰিব ॥ ২৯৫৮০
যদি পৰিহাস কৰয় সতত
তাহাৰ শুনা লক্ষণ।
অৱজ্ঞা কৰয় মনে নমানয়
উলঙ্ঘ্যা কৰে বচন ॥
গোপ্য কথা যত কৰয় বিদিত
দেখে আতি সমসৰ।
ৰাজযোগ্য দ্ৰব্য গণকো খোজয়
আপুনি হোৱে বৰ্ব্বৰ ॥ ২৯৫৮১
ৰাজাতো অধিকে খোজে প্ৰকাশিবে
কহয় কথা ডাঙ্গৰ।
ৰাজা যিবা কহে তাহাকো খণ্ডাৱে
বেদনা জন্মে প্ৰজাৰ ॥
ৰাজাৰ যশস্যা সবে দূৰ কৰে
গাৱত নাহি চেতন।
আপুনি প্ৰকাশ কৰে সৰ্ব্বক্ষণে
বোলয় ক্ৰোধ বচন ॥ ২৯৫৮২
বোলে খৰ্ব্ব মাত ৰাজাৰ কাৰ্য্যত
সকলকে নষ্ট কৰে।
ৰাজাৰ সদৃশ ভৃত্যে কৰে বেশ
ৰাজাৰ থাকি ওচৰে ॥
ৰাজনাৰীচয় যতেক আছয়
সঙ্গত জানা ৰাজাৰ।
মুখ চাই চাই হাহে মুচুকাই
চক্ষুৰে দিয়ন্ত ঠাৰ ॥ ২৯৫৮৩
কতো হয়ে গজে ৰথত চৰয়
ৰাজাক উলঙ্ঘ্যা কৰি।
তথাপিতো ৰাজা সিসব লোকেৰে
পৰিহাস থাকে কৰি ॥
শুনা ধৰ্ম্ম মন্ত্ৰী ইমত নৃপতি
অধম সবে বোলয়।
ৰাজাৰ ক্ৰোধত ভয় নকৰয়
হাসিয়া ৰঙ্গ কৰয় ॥ ২৯৫৮৪
ৰাজা বোলে ধন্য ধন্য মোৰ ভৃত্য
ক্ৰোধত লভে আনন্দ।
বস্ত্ৰ অলঙ্কাৰ দিয়য় আপাৰ
তথাপি নোবোলে মন্দ ॥
ৰাজাৰ দ্ৰব্যক আপুনি হৰয়
ক্ৰীড়িবাক কৰে মন।
সুতে বন্ধু যেন পক্ষীৰ সঙ্গত
তেসম্বে কৰে কীৰ্ত্তন ॥ ২৯৫৮৫
কহৱে লোকত কিছো নৃপতিত
জানা একো কাৰ্য্য নাই।
আমি যেহি কৰো সেহি সিদ্ধি হোৱে
আমিসে কাৰ্য্যৰ ঘাই ॥
সদা পৰিহাস কৰে যিটো ৰাজা
হোৱে আতি শান্তমতি।
এহিসে লক্ষণে যিসব নৃপতি
তাহাৰ হেন বিপত্তি ॥ ২৯৫৮৬
ৰাজ্য ৰাখিবাক নপাৰে নিশ্চয়
প্ৰজাৰ মিলে প্ৰমাদ।

কতো কতো লোক আতি সুখী হোৱে
কতোহো হোৱে উচ্ছেদ ॥
প্ৰজায়ে জানাহা হেন নৃপতিক
মনে নমানয় ভাল।
ভৃত্যৰ মানত উচিত নৃপতি
লোকে বোলে যমকাল ॥ ২৯৫৮৭
শুনা বুধ জন অথিৰ জীৱন
জানিয়া কৰা যতন।
অন্যক গমন সবে অকাৰণ
চিন্তাহা কৃষ্ণ চৰণ ॥
যত অন্য দেৱ সুহৃদ বান্ধৱ
পিতা মাতা পুত্ৰচয়।
সবে অকাৰণ ভাবি চাৱা মন
মিছা সবে ভ্ৰমময় ॥ ২৯৫৮৮
এৰিয়া মায়াক কৃষ্ণত বিশ্বাস
কৰিয়া ধৰা ভকতি।
সংসাৰ সাগৰ তৰিবা হেলায়
হাততে পাইবা মুকুতি ॥
দ্বিজ লক্ষ্মীনাথে বোলে এহি পথ
ধৰিয়োক সৰ্ব্বজন।
বোলা ৰাম ৰাম সিদ্ধি হৌক কাম
কৰিয়ো মন পূৰণ ॥ ২৯৫৮৯

———

পদ

ভীষ্ম নিগদতি শুনা ধৰ্ম্মৰ নন্দন।
আৰো কিছো কহো ৰাজাগণৰ লক্ষণ ॥
নৃপতি হৈবেক জানা সদা দানস্থিত।
সৰ্ব্বকাৰ্য্য জানিবেক পথ যে বিপথ ॥ ২৯৫৯০
হেনয় ৰাজাক জানা লোকে প্ৰশংসয়।
কুৎচিত ৰাজাৰ কথা শুনা মহাশয় ॥
উদ্যম ৰহিত যিটো কৰয় আলস।
নাৰীতো অধিক সিটো কৰে সৰ্ব্বনাশ ॥ ২৯৫৯১
ইহাৰ কহিবো এক পূৰ্ব্বৰ কাহিনী।
শুক্ৰৰ মুখত যিটো কথা আছো শুনি ॥
হিংসাশূন্য হুয়া ৰাজা থাকে যিটো জন।
জন্মাবধি গৃহে যিটো থাকয় ব্ৰাহ্মণ ॥ ২৯৫৯২
ভূমিয়ে ভ্ৰময় নিষ্টে এহি দুই লোক।
সৰ্পে যেনমতে জানা গিলয় ভেকক ॥
জানা যুধিষ্ঠিৰ ইটো কথা ধৰ মনে।
তোমাসাক সদায় হিংসয় যিটো জনে ॥ ২৯৫৯৩
সেহিসে জনক তুমি হিংসিবা অৱশ্যে।
তোমাক যুজিবে আসে যিসব মনুষ্যে ॥
তাহাকো যুজিবা যুধিষ্ঠিৰ মহাশয়।
এহিসে শুক্ৰৰ বাক্য কহিলো নিশ্চয় ॥ ২৯৫৯৪
ৰাজাৰ প্ৰজাৰ যিটো দ্ৰোহক আচৰে।
গুৰু মিত্ৰ ভৈলেয়ো বধিব নৃপবৰে ॥
আছিল মৰুত নামে পূৰ্ব্বে নৃপবৰ।
বৃহস্পতি হস্তে নীতি শিখিল বিস্তৰ ॥ ২৯৫৯৫
এহি কহি আছে এক কথা বিতোপন।
তোমাত কহিবো মই ইসব বচন ॥
যিসব গুৰুৱে কাৰ্য্য অকাৰ্য্য নজানে।
মই বৰ বুলি আপুনাক শ্ৰেষ্ঠ মানে ॥ ২৯৫৯৬
উৎপথে গমন কৰে যিটো গুৰুচয়।
সেহিসে গুৰুক দণ্ডিবাক যোগ্য হয় ॥
সগৰৰ পুত্ৰ অসমঞ্জস প্ৰধান।
দুষ্টৰ মধ্যত কেহো নাহিকে সমান ॥ ২৯৫৯৭
পুৰবাসী প্ৰজাৰ বালক যত পাই।
ধৰি আনি সৰযূত দিয়ন্ত পেলাই ॥
হেন দেখি সগৰ মহন্ত নৰপতি।
প্ৰথম পুত্ৰক ত্যাগ কৰিলা নৃপতি ॥ ২৯৫৯৮
উদ্দালক নামে ঋষি আছিলা পূৰ্ব্বত।
তান পুত্ৰ শ্বেতকেতু তপস্যাত ৰত ॥

মিথ্যা কৰি জন্মাইলেক ব্ৰাহ্মণসৱক ।
তাক দেখি উদ্দালকে ত্যজিলা পুত্ৰক ॥ ২৯৫৯৯
প্ৰজাৰ যিমতে হিত হৈবেক সম্প্ৰতি ।
তাকে তাকে অৱশ্যে কৰিবে নৰপতি ॥
সুখ দুখ প্ৰজাৰ লৈবেক অনুক্ষণ ।
সকলে প্ৰজাৰ ৰাজা সন্তোষিবে মন ॥ ২৯৬০০
এহিসে ৰাজাৰ জানা ধৰ্ম্ম সনাতন ।
কহিলো তোমাত ইটো স্বৰূপ বচন ॥
সত্যক নেৰিব আৰো ৰাজ্যব্যৱহাৰ ।
অন্যায় কৰিয়া ধন নলৈবে প্ৰজাৰ ॥ ২৯৬০১
পুণ্যকালে ব্ৰাহ্মণক কৰিবেক দান ।
ৰাজাৰ ৰাজ্যৰ তেবে হৈবেক কল্যাণ ॥
মহা বলৱন্ত ক্ষমাৱন্ত হৈবে শান্ত ।
মহা ধৈৰ্য্যৱন্ত শাস্ত্ৰ জানিব নিতান্ত ॥ ২৯৬০২
ধৰ্ম্ম অৰ্থ কাম মোক্ষ আত দিবে মন ।
কদাচিতো পথত নহৈব বিচলন ॥
এৰক্ষণে পাপক লভয় নৰপতি ।
চাৰিয়ো বৰ্ণৰ ধৰ্ম্ম ৰাখিব সম্প্ৰতি ॥ ২৯৬০৩
কাতো নকৰিব আতি বিশ্বাস নৃপতি ।
গুণ দোষ জিজ্ঞাসিয়া থাকিব সম্প্ৰতি ॥
সদায়ে শত্ৰুৰ ছিদ্ৰ থাকিবেক চাই ।
সেহিসে ৰাজায়ে জানা প্ৰশংসাক পাই ॥২৯৬০৪
অৰ্থ সঞ্চয়নে হৈব সম কুবেৰৰ ।
দণ্ডৰ কালত যেন যম পটন্তৰ ॥
কাক গুণ বোলো দোষ বোলয় কাহাক ।
ভালমতে নৃপবৰে জানিবা ইহাক ॥ ২৯৬০৫
কেনে স্থানে বুদ্ধি হোৱে কেনে স্থানে ক্ষয় ।
ইহাক জানিবা যিটো নৃপ মহাশয় ॥
দুখিত জনক নৃপে কৰিবে পোষণ ।
ভৃত্যসকলক সদা কৰিব ৰক্ষণ ॥ ২৯৬০৬

অল্প কৰি হাসি বাক্য বুলিব সুন্দৰ ।
প্ৰসন্ন বদন আতি হুইব পটন্তৰ ॥
সৰ্ব্বক্ষণে বৃদ্ধ জনে কৰিব আশ্ৰয় ।
নৃপতিয়ে নিদ্ৰা নকৰিব আতিশয় ॥ ২৯৬০৭
লোভক এৰিয়া হৈব সন্তৰ লক্ষণ ।
সাধুৰ আচাৰ ধৰিবেক সৰ্ব্বক্ষণ ॥
সাধুসকলৰ অৰ্থ নলৈব কদাপি ।
দুষ্টৰেসে লৈয়া সন্তে দিবেক তথাপি ॥ ২৯৬০৮
দান দিয়া পুনু নলৈবেক নৰপতি ।
হৈবেক স্বতন্ত্ৰ ৰাজা জানিবা সম্প্ৰতি ॥
সঙ্গত ৰাজায়ে লৈব যেন প্ৰাণীগণ ।
শুনা যুধিষ্ঠিৰ কহো তাহাৰ লক্ষণ ॥ ২৯৬০৯
আতি পৰাক্ৰমী হৈব ৰাজাত ভকত ।
হৈবেক সহায় নেৰিবেক আপদত ॥
সদ কুলে জন্ম হৈব গাৱে ৰোগহীন ।
সদা শান্তমূৰ্ত্তি আতি শিশুৰ লক্ষণ ॥ ২৯৬১০
সম্বন্ধ কৰিবে আৰো শিষ্ট জন চাই ।
হৈবেক মৰ্য্যাদা গৰ্ব্ব এৰি সৰ্ব্বদায় ॥
কোন কোন লোক তাক জানিব সন্তত ।
সকলো শাস্ত্ৰত তেন্তে হৈবেক পাৰ্গত ॥ ২৯৬১১
পৰলোকে স্বৰ্গ নৰ্ক দেখিব নিতান্ত ।
সদায়ে ধৰ্ম্মত মতি হৈবেক একান্ত ॥
হৈবেক অচল ধীৰ পৰ্ব্বত আময় ।
হেন লোকগণ ৰাজা কৰিব সহায় ॥ ২৯৬১২
ভোগে নৃপতিৰ সবে হৈব সমসৰ ।
আজ্ঞাচয় মাত্ৰ বড়া হৈবেক ৰাজাৰ ॥
বিচাৰ নকৰি প্ৰাণী লৱয় সঙ্গত ।
জানা সিটো ৰাজা মজিলেক আপদত ॥ ২৯৬১৩
স্বকীয় লোকৰ হস্তে পাৱে মহাভয় ।
নিষ্টৈ বুজিবাহা যুধিষ্ঠিৰ মহাশয় ॥

প্ৰজাৰ সৰ্ব্বস্ব যদি আনয় হৰিয়া।
কুটিল হোৱয় আতি হোৱয় লুভীয়া॥ ২৯৬১৪
সুপুছে কাহাতো জানা হোৱে উনমত্ত।
মৰে সিটো ৰাজা আগে প্ৰজাৰ হাতত॥
যিটো ৰাজা হোৱে আতি শুচি ধৰ্ম্মৱন্ত।
অধৰ্ম্মত মতি নেদিবেক কদাচিত॥ ২৯৬১৫
লোকৰ চৰিত্ৰ ৰাজা বুজিবে সদায়।
শত্ৰুসকলৰ পৰা নপাইবে অপায়॥
বৈশম্পায়ন বদতি শুনিয়ো নৰবৰ।
কহিবোহো শুনা কথা আত অনন্তৰ॥ ২৯৬১৬
ব্যাস বাসুদেৱ কৃপ সাত্যকি সঞ্জয়।
তুতি কৰি ভীষ্মক এসম্বে প্ৰশংসয়॥
আত অনন্তৰে পাণ্ডুসুত যুধিষ্ঠিৰ।
ভীষ্মৰ সমীপে চলি গৈলা ধীৰে ধীৰ॥ ২৯৬১৭
দুখ মনে চলন্ত চক্ষুৰ বহে নীৰ।
ভীষ্মৰ চৰণে ধৰি বোলে যুধিষ্ঠিৰ॥
মোহোৰ সংশয় যত পুছিবো তোমাত।
তুমি অবিহনে আমি পুছিবো কাহাত॥ ২৯৬১৮
সূৰ্য্যে যেন পৃথিৱীৰ ৰস কৰি পান।
অস্তাচলে গৈয়া পাচে হোৱে অন্তৰ্দ্ধান॥
সেহিমতে পিতামহ তুমি গৈলে অস্ত।
সন্ত-নীতি ধৰ্ম্ম মানে যাইবে লগত॥ ২৯৬১৯
আত অনন্তৰে পাচে দেৱ শ্ৰীহৰি।
ব্ৰাহ্মণগণক নমিলেক জানু পাৰি॥
যুধিষ্ঠিৰ আসি পাচে যাদৱ পাণ্ডৱ।
সবাহানে গৈয়া নমিলেক সেহি ঠাৱ॥ ২৯৬২০
প্ৰদক্ষিণে গাঙ্গেয়ক কৰি নমস্কাৰ।
কৃষ্ণ সমে ৰথে গৈয়া ভৈলা পয়োপাৰ॥
আনন্দিত মনে সবাহানে চলি গৈলা।
এহি তে গৈয়া দৃষদ্বতী নদী পাইলা॥ ২৯৬২১
তাত স্নান কৰি পাচে সন্ধ্যা আচৰিলা।
অনন্তৰে হস্তীনাপুৰক প্ৰৱেশিলা॥
স্বকী স্বকী গৃহে গৈয়া প্ৰৱেশিলা যাই।
অন্ন ভুঞ্জি শয়ন কৰিলা মহাৰায়॥ ২৯৬২২
এহিমতে নিদ্ৰাতে ৰজনী ক্ষয় ভৈলা।
উঠি স্নান কৰি নিত্যকৰ্ম্ম আচৰিলা॥
স্বকী স্বকী ৰথে কৃষ্ণ আদি যুধিষ্ঠিৰ।
ৰথে চৰি কুৰুক্ষেত্ৰে লৰিলা সত্বৰ॥ ২৯৬২৩
যৈত ভীষ্ম আছে গৈয়া পাইলা শীঘ্ৰ কৰি।
ব্যাস আদি ঋষিক নমিলা জাণ্ট কৰি॥
সেহিমতে ভীষ্মক নমিলা সমস্তয়।
ৰজনী কি গৈলা সুখে বুলিয়া পুছয়॥ ২৯৬২৪
কৃতাঞ্জলি কৰি পাচে ধৰ্ম্মৰ নন্দন।
ভীষ্মক মিনতি কৰি বুলিলা বচন॥
কিবা হেতু ৰাজা নাম ভৈলা পৃথিবীত।
ইহাৰ অন্বয় তুমি কহিয়োক মোত॥ ২৯৬২৫
ৰাজাৰ বিশেষ কিঞ্চিতেকো নাহি চিহ্ন।
মনুষ্যে সহিতে একো অঙ্গে নাহি ভিন্ন॥
ক্ষুধা তৃষ্ণা লোভ মোহ সকলে সমান।
ইন্দ্ৰিয়ৰ বৃত্তি যত সিয়ো একে ঠান॥ ২৯৬২৬
জনম মৰণ দেখো ভিন্ন নাহিকয়।
মনুষ্যৰ কথা মাত সিয়ো একে নয়॥
সবে একে মনুষ্য দেখোহো একাকাৰ।
তথাপিতো ৰাজা কেনে ভৈলা অধিকাৰ॥ ২৯৬২৭
ৰাজাত কৰিয়া বুদ্ধিবলে কতো চাৰ।
এতেকেসে নৃপতি ভৈলেক অধিকাৰ॥
বিপ্ৰগণ সাধুসৱ আৰো পৰাক্ৰমী।
নিঃশেষ পৃথিবী আছে সকলে আক্ৰমি॥ ২৯৬২৮
হেনয় পৃথিবীখান নৃপতি অকলে।
কিমতে পালয় মোক কহিয়ো সকলে॥

নৃপতিৰ প্ৰসাদ বাঞ্ছয় কেনে নবে।
ৰাজা তুষ্ট ভৈলে তুষ্ট হোৱে সবাহাৰে ॥ ২৯৬২৯
ৰাজা যদি কদাচিতো হোৱয় ব্যাকুল।
নিঃশেষ মনুষ্য কেনে হোৱয় আকুল ॥
এহিটো সকল শুনিবাক মোৰ চিত্ত।
অনুগ্ৰহ কৰি মোক কহা গঙ্গাসুত ॥ ২৯৬৩০
ভীষ্ম নিগদতি কথা শুনা যুধিষ্ঠিৰ।
যি পুছিলা কথা মোত মনে ৰুচিকৰ ॥
কহিবো তোমাত ইটো কথা প্ৰপঞ্চিয়া।
ধৰ্ম্মৰ নন্দন তুমি শুনা মন দিয়া ॥ ২৯৬৩১
জানাহা পূৰ্ব্বত সত্য যুগৰ আদিত।
ৰাজা ৰাজ্য নাছিলেক ইটো পৃথিবীত ॥
নাহিকয় দণ্ড দণ্ডকৰ্ত্তা কেহো নাই।
সকলো ৰাজাক ধৰ্ম্মে ৰাখন্ত সদায় ॥ ২৯৬৩২
ধৰ্ম্মত থাকিয়া অন্যো অন্যে ৰক্ষা যাই।
পাচে যেন ভৈলা তাক শুনা ধৰ্ম্মৰায় ॥
তাসম্বাত আসি মোহ ভৈলেক প্ৰৱেশ।
জানা যুধিষ্ঠিৰ সবে ভৈলা মোহ ৰস ॥ ২৯৬৩৩
মোহত থাকিয়া দান ধৰ্ম্ম নষ্ট ভৈলা।
পাচে লোভে আসি সবাহাঙ্কে আক্ৰমিলা ॥
লোভে বশ হৈয়া যে আক্ৰোশ বাঢ়ি গৈলা।
আত অনন্তৰে কামে শোকেও লজ্ঘিলা ॥২৯৬৩৪
মোহ হন্তে প্ৰজাৰ মিলিল ৰাগচয়।
ৰাগযুক্ত হুয়া কাৰ্য্যাকাৰ্য্য নজানয় ॥
অগম্যাগমন পাপ নধৰয় মনে।
যেহি আসে তাকে বোলে দোষক নজানে ॥ '৬৩৫
ভক্ষ্য যে অভক্ষ্য কিছো নাহিকে বিচাৰ।
দোষ কি অদোষ কিছো নজানয় আৰ ॥
বেদৰ আচাৰ মানে শুচিল সকলে।
মতি অনুসাৰে সবে প্ৰবৰ্ত্তয় বলে ॥ ২৯৬৩৬

এহি হেতু সবে যত ধৰ্ম্ম ভৈলা নষ্ট।
দেখি দেৱতাৰ মনে জন্মিলেক কষ্ট ॥
ভয়ে দেৱগণ গৈলা ব্ৰহ্মাৰ নিলয়।
শৰণ পশিয়া পাচে বুলিলা বিনয় ॥ ২৯৬৩৭
দেৱগণ বদতি শুনিয়ো সৃষ্টিকৰ।
শুনিয়ো গোচৰ যেন ভৈলা অথন্তৰ ॥
লোভে মোহে আক্ৰমিলা সবে প্ৰজাগণ।
যত ধৰ্ম্ম আছিল সকলে ভৈলা চম্ম ॥ ২৯৬৩৮
তাক দেখি বৰ ভয় ভৈলেক আমাৰ।
বেদধৰ্ম্ম নষ্ট ভৈল জানা সাৰে সাৰ ॥
সেহি হেতু মনুষ্যেৰে ভৈলোহো সমান।
কৰিয়োক পিতামহ তাহাৰ বিধান ॥ ২৯৬৩৯

নীতিশাস্ত্ৰ কথন

ব্ৰহ্মাদেৱে বোলে শুনিয়োক দেৱগণে।
সাধিবো কল্যাণ ভয় নকৰিবা মনে ॥
পাচে ব্ৰহ্মা কৰিলেক নীতিশাস্ত্ৰচয়।
ধৰ্ম্ম অৰ্থ কাম তুতি কহিয়া আছয় ॥ ২৯৬৪০
মোক্ষৰো বিধান তাতে কৰিছে বৰ্ণন।
সত্ত্ব ৰজ তম কহি আছে তিনি গুণ ॥
মান বুদ্ধি ক্ষমা দণ্ড ৰাজনীতি যত।
আৰো নানা ধৰ্ম্মচয় বৰ্ণাইছে শাস্ত্ৰত ॥ ২৯৬৪১
এহি শুভ শাস্ত্ৰ কৰি আছে সৃষ্টিকৰ।
দেৱতাগণক চাই বুলিলা উত্তৰ ॥
লোক-উপকাৰ তিনিবৰ্গ সংস্থাপন।
দণ্ডনীতিচয় কৰিলোহো নিৰূপণ ॥ ২৯৬৪২
অনুগ্ৰহ নিগ্ৰহ হে আছয় দণ্ডত।
এহি দণ্ডে ব্ৰহ্মাণ্ডক কৰিব নিয়ত ॥
এহি কথা কহি পিতামহ মৌন ভৈলা।
সেহি দণ্ডনীতিশাস্ত্ৰ শঙ্কৰে ধৰিলা ॥ ২৯৬৪৩

পাচে সদাশিৱে আক চাইলা মন কৰি।
অল্প আয়ু হুইবে প্ৰজা পাপক আচৰি।
হেন বিমৰিষ কৰি দেৱ পশুপতি।
ব্ৰহ্মকৃত শাস্ত্ৰক সংক্ষেপ কৰি আতি ॥২৯৬৪৪
বিশালাক্ষ নামে শাস্ত্ৰ নিৰ্ম্মাণ কৰিলা।
অযুত অধ্যায়ে সেহি গ্ৰন্থ নিয়োজিলা ॥
পাচে সেহি শাস্ত্ৰক পাইলেক পুৰন্দৰে।
তাহাকো সংক্ষেপে কৈলা দেৱৰ ঈশ্বৰে ॥২৯৬৪৫
বাহুদণ্ড নাম ভৈলা সেহিসে গ্ৰন্থৰ।
অধ্যায় সহস্ৰ পঞ্চ ভৈলা কচিকৰ ॥
সেহি শাস্ত্ৰ পায়া পাচে দেৱ বৃহস্পতি।
তাহাকো সংক্ষেপে কৈলা যথা লৱে মতি ॥২৯৬৪৬
অধ্যায় নিয়ম কৈলা ত্ৰিতয় হাজাৰ।
বাহুদণ্ড নামে শাস্ত্ৰ ভৈলা মনোহৰ ॥
পুনু সেহি শাস্ত্ৰ পাচে শুক্ৰে সংক্ষেপিলা।
সহস্ৰ অধ্যায় মানে তাত নিবন্ধিলা ॥২৯৬৪৭
সেহি শাস্ত্ৰ সংক্ষেপিলা মহাঋষিগণে।
মনুষ্যৰ অল্পআয়ু জিজ্ঞাসিলা মনে ॥
এহি কথা অনুৰূপে কহিলো তোমাত।
ৰাজাৰ অন্বয় কহো শুনিয়ো সাক্ষাত ॥২৯৬৪৮
দেৱগণে আলোচিয়া থিৰ কৰি মন।
ব্ৰহ্মা বিষ্ণু দুহান্তকো বুলিলা বচন ॥
মনুষ্যৰ মধ্যে যিটো পুৰুষ বিশেষ।
প্ৰজা ৰাখিবাক প্ৰভু কৰিয়ো আদেশ ॥২৯৬৪৯
দেৱতাৰ শুনি হেন বচন সম্প্ৰতি।
ধ্যান ধৰি চিন্তিবে লাগিলা লক্ষ্মীপতি ॥
বিষ্ণুৰ মানস পুত্ৰ ভৈলেক তেখন।
নামত বিৰক্ত আতি পৰম শোভন ॥২৯৬৫০
পৃথিৱী ভোগত ইচ্ছা নভৈলা তাহাৰ।
সন্ন্যাস ধৰ্ম্মত বুদ্ধি ভৈলেক ডাঙৰ ॥
কীৰ্ত্তিমন্ত নামে তাৰ ভৈলেক তনয়।
ইন্দ্ৰিয় মনক দমিলেক আতিশয় ॥২৯৬৫১
তান পুত্ৰ ভৈল যে কৰ্দ্দম নামে খ্যাত।
মহা ধৰ্ম্মৱন্ত ভৈল ইচ্ছা তপস্যাত ॥
কৰ্দ্দমৰ পুত্ৰ ভৈলা অনঙ্গ সম্প্ৰতি।
প্ৰজা ৰক্ষণত তাৰ সদা ভৈলা মতি ॥২৯৬৫২
ভৈলেক নৃপতি অৰ্থ ইন্দ্ৰিয়ত বশ।
প্ৰজা প্ৰতিপালে সৰ্ব্বদায়ে পাইলা যশ ॥
সূৰ্য্যৰ সমান এক জন্মিলেক কন্যা।
নামত সুনীথা আতি ৰূপে গুণে ধন্যা ॥২৯৬৫৩
যাৰ নাম তিনিয়ো লোকত ভৈলা খ্যাত।
যাহাৰ উদৰে বেণ আসি ভৈলা জাত ॥
ভৈলেক নৃপতি সিটো অধৰ্ম্ম পৰায়।
ৰাগ দ্বেষ ইন্দ্ৰিয়ৰ বশ সমুদায় ॥২৯৬৫৪
বিপ্ৰক অৱজ্ঞা সিটো কৰয় দুৰ্জ্জন।
তাক দেখি ক্ৰোধিলন্ত সবে বিপ্ৰগণ ॥
মন্ত্ৰপূত কুশ আনি হাতে তুলি লৈলা।
সেহি কুশঘাৱে পাচে বেণক বধিলা ॥২৯৬৫৫
অৰাজক ভৈলা দেখি পাচে ঋষিগণে।
বেণৰ দক্ষিণ উৰু মথিলা তেখনে ॥
তাতহন্তে পুৰুষেক ভৈলা উতপন্ন।
পৰম বিকৃত ৰূপ দেখিতে কুঠান ॥২৯৬৫৬
আধা পোৰা কাষ্ঠ যেন শৰীৰ কুৰূপ।
ৰক্তবৰ্ণ দুই চক্ষু যেন অন্ধকূপ ॥
জুটুলা জুটুলি চুলি প্ৰকাশে মাথাত।
শৰীৰৰ অঙ্গসব ভৈলেক সাক্ষাত ॥২৯৬৫৭
ভৈলেক চাণ্ডাল এক পাপৰ আকাৰ।
তপৰ ভৈলেক ম্লেচ্ছ হাজাৰ হাজাৰ ॥
তাসবাৰ ভৈল স্থান পৰ্ব্বত বনত।
আৰো বিন্ধ্যাচলে স্থান ভৈলা অপৰ্য্যন্ত ॥২৯৬৫৮

দক্ষিণ ভুজক পুনু মথিবাক লৈলা।
তাতহন্তে দিব্য পুৰুষেক জাত ভৈলা॥
কৱচ কুণ্ডল গাৱে যেন পুৰন্দৰ।
হস্তত প্ৰকাশে খড়্গ আতি তীক্ষ্ণতৰ॥ ২৯৬৫৯
আৰো হাতে প্ৰকাশয় দিব্য ধনুৰ্ব্বাণ।
কণ্ঠত ভৈলেক স্থিতি বেদ চাৰিখান॥
ধনুৰ্ব্বেদ শাস্ত্ৰক জানিলা ভালমতে।
দণ্ডনীতি সবে লাগ লৈলেক ত্বৰিতে॥ ২৯৬৬০
কৃতাঞ্জলি কৰি বেণপুত্ৰ নিগদতি।
শুনা ঋষিসব মোৰ বচন সম্প্ৰতি।
তোমাসাৰ আশীৰ্ব্বাদে সূক্ষ্মবুদ্ধি ভৈলা।
ধৰ্ম্ম অৰ্থ আকো মোৰ হৃদয়ে জানিলা॥ ২৯৬৬১
কৰিয়ো আদেশ কিবা কৰিবো সম্প্ৰতি।
তোমাসাৰ যিটো আজ্ঞা সেহিসে যুগুতি॥
তাহান শুনিয়া হেন বচন বিনয়।
ধন্য ধন্য বুলি বিপ্ৰগণে প্ৰশংসয়॥ ২৯৬৬২
লোভ মোহ কাম ক্ৰোধ দূৰে পৰিহৰা।
বিধিৰ বিধান ধৰ্ম্ম সদায়ে আচৰা॥
এতেকতে আচৰিবা যত ধৰ্ম্মচয়।
তোমাক দেখিয়া যেন প্ৰাণী সমস্তয়॥ ২৯৬৬৩
প্ৰজাক্ষ শিখাইবা সবে শাশ্বতিক ধৰ্ম্ম।
যদি ধৰ্ম্ম নাচৰা হৈবাহা যম সম॥
ভালমতে স্বধৰ্ম্মে ৰাখিবা প্ৰাণীগণ।
যেন অধৰ্ম্মত কিছো নকৰয় মন॥ ২৯৬৬৪
বিপ্ৰগণ আছয় যতেক নিৰন্তৰ।
সেহিসে অদণ্ডভূমি জানা নৰেশ্বৰ।
নমো নমো নাৰায়ণ পশিলো শৰণ।
দাস বুলি উদ্ধাৰ কৰিয়ো জনাৰ্দ্দন॥ ২৯৬৬৫
ভকত বৎসল তুমি পতিত পাৱন।
পতিত তাৰণ তযু দুখানি চৰণ॥
তুমি বিনে পাপহন্তে নিস্তাৰন্তা নাই।
যাৰ নাম শুনি যমকিঙ্কৰ পলায়॥ ২৯৬৬৬
তোমাক জানয় যিটো বুধ নৰচয়।
গোখোজ সমানে ইটো সংসাৰ তৰয়॥
তথাপিতো মই কিনো অজ্ঞানী পামৰ।
তোমাত নজন্মে মতি কি ভৈলো বৰ্ব্বৰ॥ ২৯৬৬৭
সদা পৰদ্ৰব্যে মন ভৈলেক বিকল।
হে কৃষ্ণ সাঙ্গে মই পাপে গৈলো তল॥
পুত্ৰ ভাৰ্য্যা পুষিবে সদায়ে মোৰ মন।
কেনমতে অৰ্থচয় হুইবে উতপন্ন॥ ২৯৬৬৮
দিবাৰাত্ৰি সদা মন ভ্ৰময় ইহাত।
তোমাক নজানি কৰিলোহো আত্মঘাত।
হে জয় জগন্নাথ পশিলো শৰণে।
কৰিয়ো উদ্ধাৰ মোক অৰুণ চৰণে॥ ২৯৬৬৯
তাতো ভ্ৰম কৰা দূৰ মোহোৰ মনৰ।
কৰোহো প্ৰাৰ্থনা মই দেৱ দামোদৰ॥
শয়নে ভোজনে মোৰ ভ্ৰমন্তে পথত।
তযু নাম সদা যেন স্ফুৰুচে মুখত॥ ২৯৬৭০
তোমাৰ চৰণে মোৰ সদা হৌক ৰতি।
এহিসে প্ৰাৰ্থনা মোৰ সাধা লক্ষ্মীপতি॥
শুনা সভাসদ মহাভাৰতৰ পদ।
বোলা ৰাম হৰি হৌক পাতক উচ্ছেদ॥ ২৯৬৭১

বেণৰ আদি নৃপতিৰ কথা

ছবি

বেণৰ নন্দনে শুনি　　মাতিলন্ত মনে গুণি
শুনা সবে ব্ৰহ্মঋষিগণ।
সংসাৰৰ বিপ্ৰগণ　　মোহোৰ নমস্য হৌক
বোলা সবে ইসব বচন॥
এহি হৌক বুলি ঋষি　　সবাহানে বুলিলেক
তোমাৰ সংকল্প হৌক সিদ্ধি।

সিটো নৃপতিৰ পাচে শুক্র ভৈলা পুৰোহিত
জানা যিটো ব্রহ্ম অৱনিধি ॥ ২৯৬৭২
বালখিল্য ঋষি যত মন্ত্রী হুয়া উপাসন্ত
গর্গ ভৈলা জ্যোতিষ-পাঠক।
সুত যে মাগধ দুই উতপন্ন ভৈলা পাচে
বেণপুত্রে বুলিল তাহাক ॥
শুনা তোৰা দুয়োজন পৃথিৱীক কৰি ভিন্ন
তোৰা দুই পালিবা সতত।
পাচে পৃথু নৃপতিয়ে পৃথিৱী বিষম দেখি
উপায় এক চিন্তিলা মনত ॥ ২৯৬৭৩
ধনুৰ অগ্রেৰে খানি শিলাসব কোঞ্চাইলেক
থানে থানে থাপিলা পর্ব্বত।
পাচে ব্রহ্মা বিষ্ণু সমে পুৰন্দৰ সমন্বিতে
সকলে মিলিল আসি তৈত ॥
যত প্রজাপতিগণ আসি ভৈলা উপসন
দেৱঋষি সমস্তে আসিলা।
সকলো আনন্দ ভাবে নৃপতিক সেহি ঠাৱে
আতি ৰঙ্গে ৰাজ্য সমর্পিলা ॥ ২৯৬৭৪
সপ্তদ্বীপা বসুমতী আনন্দ কৰিয়া আতি
স্বামী কৰি পৃথুক ভজিলা।
সিন্ধু হিমালয় ইন্দ্রে ধন দিলা অপর্য্যাপ্ত
মেৰুগিৰি পর্ব্বতক দিলা ॥
কুবেৰেও দিলা ধন ভাণ্ডাৰে ভাণ্ডাৰে ৰত্ন
তাক পাই আনন্দ লভিলা।
হয় হস্তী ৰথগণ অসংখ্যাত অপর্য্যন্ত
চিন্তিল মাত্রকে সবে ভৈলা ॥ ২৯৬৭৫
নাহি যাৰ ৰোগ শোক সর্ব্বসুখী সবে লোক
সর্পাদিতো নাহিকয় ভয়।
নৃপতিৰ শাসনত চোৰ ডকাইত হন্তে
কাতো হন্তে ভয় নুপুজয় ॥
নদীগণে ভীত হুয়া তম্ভি থাকে যাক দেখি
ভয়ে গিৰিসবে দেই বাট।
আজ্ঞা ভঙ্গ কদাচিত নোহে জানা স্বৰূপত
ভয়ে শিলাগণে মেলে ফাট ॥ ২৯৬৭৬

পৃথিৱীক দুহি পাচে শস্যগণ নানাবিধ
ৰত্নসব কৈলা উপার্জ্জন।
যক্ষ ৰাক্ষসৰ যত নাছিলেক উতপাত
তাহাকো কৰিলা নিবৰ্ত্তন ॥
যিবা হেতু প্রজাগণ ধর্ম্মৰো ৰঞ্জিলা মন
এহি হেতু ৰাজা নাম ভৈলা।
বিষ্ণু ললাটৰ মল হন্তে সোণা উতপন্ন
আদি তেজ লোহা জাত ভৈলা ॥২৯৬৭৭
বৈশম্পায়ন ঋষি বোলে শুনা জন্মেজয় ৰাজা
আত অনন্তৰে পাচকথা।
যুধিষ্ঠিৰ নৃপবৰ কৰি দুই কৰযোৰ
গাঙ্গেয়ত বিনাৱন্ত তথা ॥
নৃপতিৰ আদি কথা সকলে কহিলা মোত
শুনিলোহো তোমাৰ কৃপাত।
সকলে ধর্ম্মৰ জানা কেনমত ধর্ম্মচয়
চাৰিয়ো বর্ণৰ কেনমত ॥ ২৯৬৭৮
ৰাজাৰ বা কেন ধর্ম্ম ইসবৰ ছেদি মর্ম্ম
প্রত্যেকে দেখায়ো পিতামহ।
কিবা ধর্ম্মে বাঢ়ে প্রজা কিবা ধর্ম্মে বাঢ়ে ৰাজা
কহিয়োক কৰি অনুগ্রহ ॥
নগৰ নিবাসী নৰ ভৃত্য থাকে যত যত
অর্থৰ ভাণ্ডাৰ বহুতৰ।
কেনমতে হৈব বৃদ্ধি কহিয়ো সংশয় ছেদি
তৃপিতিক লভোহো মনৰ ॥ ২৯৬৭৯
দণ্ড দুর্গ যত যত ৰাজাৰ সহায় আৰে
আৰো কেনমত মন্ত্রীলোক।
ঋত্বিজ যে পুৰোহিত জানাহা আচার্য্য জন
কেনে ভৈলে ৰাজা বৰ্জ্জিবেক ॥
আপদ সময় ভৈলে বিশ্বাস কৰিবো কাত
কেনে দৃঢ় হৈবেক আপুনি।
ইসবক প্রপঞ্চিয়া কহিয়ো গাঙ্গেয় মোত
আনন্দিত মনে থাকো শুনি ॥ ২৯৬৮০
যুধিষ্ঠিৰ হেন বাণী শুনি ভীষ্ম মহামানী
ধর্ম্মক যে নমিলন্ত মনে।

পুনু কৃষ্ণ চৰণত কৰিলন্ত প্ৰণিপাত
ব্ৰাহ্মণৰ নমিল চৰণে ॥
মনক নিয়ম কৰি হৃদয়ে কৃষ্ণক ধৰি
ধৰ্ম্ম কহিবাক সাজ ভৈলা ।
সংসাৰৰ সাধুজন সবাকো নমিয়া মনে
তেবে ধৰ্ম্ম বুলিতে লাগিলা ॥২৯৬৮১
নমো নমো হৰিপদ পঙ্কজত দিয়া মাথ
কৰো মই লক্ষ কোটি সেৱ ।
দূৰ্ব্বাদল সম শ্যাম সুন্দৰ শৰীৰ গুটি
যাক সম নাহি আন দেৱ ॥
অন্তৰ্য্যামী ৰূপে তুমি সবাৰো হৃদিত থাকা
শুভাশুভ কৰ্ম্ম প্ৰৱৰ্ত্তাই ।
ধৰ্ম্মাধৰ্ম্ম পাপ-পুণ্য সমস্তে জানোহো আমি
প্ৰৱৰ্ত্তাৱে তভো শক্তি নাই ॥২৯৬৮২
তথু অনুগ্ৰহ লেশ মিলয় যাহাক প্ৰতি
তাৰ বাক্সী কিঞ্চিতো নৰৈলা ।
হৃদয়ত থাকি তাক শুভ উপদেশ দিয়া
আনন্দে সংসাৰে পাৰ পাইলা ॥
যিসব জনক প্ৰতি তোমাৰ নিগ্ৰহ ভৈল
দিনে দিনে বাঢ়িবে কুমতি ।
কৰয় অন্যায়চয় পাপ হোৱে অভ্যুদয়
একো ৰূপে নাহিকে নিষ্কৃতি ॥২৯৬৮৩
হে প্ৰভু হৃষীকেশ কৰা অনুগ্ৰহ লেশ
মই মহা পতিতক প্ৰতি ।
তোমাৰ চৰণ তলে মজিয়া ৰহোক মন
এহি কৃপা কৰা লক্ষ্মীপতি ॥
শুনা সভাসদ লোক পুণ্য কথা ভাৰতৰ
ইসে জানা তৰণ উপায় ।
দ্বিজ লক্ষ্মীনাথে ভণে ৰাম বোলা ঘনে ঘনে
জানা নাম বিনে গতি নাই ॥২৯৬৮৪

চাৰিবৰ্ণৰ ধৰ্ম্ম কথন

পদ

ভীষ্ম নিগদতি শুনা ধৰ্ম্মৰ নন্দন ।
বৰ্ণাদিৰ ধৰ্ম্ম কহো কৰি বিবেচন ॥
ক্ৰোধক বৰ্জ্জিয়া সত্যে বুলিব বচন ।
স্বকীয় জাতিত থাকিবেক সৰ্ব্বজন ॥ ২৯৬৮৫
স্বকীয় দাৰাত পুত্ৰ কৰিবেক জাত ।
ক্ষমাৱন্ত হৈবে জানা সকলে প্ৰজাত ॥
সদা শুচি কৰিবেক দেহা আপুনাৰ ।
কদাচিতো দ্ৰোহ নিচিন্তিবা কেবে কাৰ ॥ ২৯৬৮৬
কুটিল স্বভাৱ এৰিবেক সৰ্ব্বজন ।
যদি ভৃত্য থাকে তাক কৰিবা পোষণ ॥
এহি গুণ গুটি ধৰ্ম্ম সকল বৰ্ণৰ ।
চাৰিয়ো বৰ্ণৰ ধৰ্ম্ম শুনা আতপৰ ॥ ২৯৬৮৭
প্ৰথমতে কহো ব্ৰাহ্মণৰ ধৰ্ম্মচয় ।
ইন্দ্ৰিয়ক দমি মন কৰিব নিশ্চয় ॥
বেদক অভ্যাস কৰিবেক প্ৰতিনিত ।
এহি ব্ৰাহ্মণৰ কৰ্ম্ম কৰিলো বিদিত ॥ ২৯৬৮৮
স্বধৰ্ম্মত যিবা দ্ৰব্য হোৱে উতপন্ন ।
তাক বিপ্ৰগণে জানা কৰিব গ্ৰহণ ॥
কুৎসিত ধৰ্ম্মক জানা বৰ্জ্জিব সতত ।
সৰ্ব্বদায় তাসম্বাৰ চিত্ত হৈব শান্ত ॥ ২৯৬৮৯
আশ্ৰম কৰিয়া জন্মাইবেক পুত্ৰচয় ।
সদৰ্থত দান নিতে কৰিব নিশ্চয় ॥
যিটো অৰ্থ থাকে তাক কৰিয়া বিভাগ ।
বিপ্ৰে দেৱে সমৰ্পি ভুঞ্জিব একভাগ ॥ ২৯৬৯০
এহিসব গুণচয় কহিলো বিপ্ৰৰ ।
আন অনন্তৰে ধৰ্ম্ম শুনা ক্ষত্ৰিয়ৰ ॥
কৰিবেক দান কিছো নলৈব পৰৰ ।
আপুনি নযজি যজাইবেক আন নৰ ॥ ২৯৬৯১
পঢ়িব সততে নপঢ়াইব কদাচিত ।
শত্ৰু ডকাইতৰ বধে হুইবেক উদ্যত ॥
যুদ্ধ সময়ত হুইব আতি পৰাক্ৰমী ।
জানিবেক ধনুৰ্ব্বেদ হুইব সব গ্ৰামী ॥ ২৯৬৯২

অনেক শত্ৰুৰ মধ্যে কৰিব সমৰ।
শত্ৰু জিনি আসিবেক নীৰুজ শৰীৰ ॥
তাকে প্ৰশংসিবা ৰাজা বাৰ বলিয়াৰ।
সেহিসে ক্ষত্ৰিয় মই কৈলো সাৰে সাৰ ॥ ২৯৬৯৩
দান যজ্ঞ কৰিবেক বেদ অধ্যয়ন।
ক্ষমাযুক্ত হুয়া ৰাজা আতি শান্ত মন ॥
প্ৰজা প্ৰতিপাল কৰিবেক সদা যুদ্ধ।
ক্ষত্ৰিয়ৰ ধৰ্ম্মে ৰত সেহিসে প্ৰবুদ্ধ ॥ ২৯৬৯৪
সেহিসে নৃপতি প্ৰাণীসকলৰ মিত্ৰ।
শুনা যুধিষ্ঠিৰ তাত নমানিবা চিত্ৰ ॥
অতি অনন্তৰে কহো বৈশ্যধৰ্ম্ম যত।
দান বেদ অধ্যয়ন কৰিব সতত ॥ ২৯৬৯৫
যজ্ঞ যজিবেক উপাৰ্জ্জিবে ধৰ্ম্ম ধন।
সেহি শুদ্ধবিত্তক কৰিবে সঞ্চয়ন ॥
পিতৃতুল্য কৰি পালিবেক পশু যত।
গৰু প্ৰতিপালে ধৰ্ম্ম জানাহা উচিত ॥ ২৯৬৯৬
পশু প্ৰতিপালে মহাসুখ পাৱে বৈশ্যে।
এহি মোক্ষ ধৰ্ম্ম তাৰ কহিলো অৱশ্যে ॥
কোন বৃত্তি কৰি সিটো কৰিবে জীৱন।
প্ৰপঞ্চি কহিবো শুনা ধৰ্ম্মৰ নন্দন ॥ ২৯৬৯৭
যদি ছয় পয়স্বিনী ৰাখে জানা ধেনু।
এগোটাৰ ক্ষীৰ পান কৰিবেক পুনু ॥
শতেক ধেনুক যদি ৰক্ষা কৰে বৈশ্যে।
তাহাৰ এগোটা সিটো লৈবেক অৱশ্যে ॥২৯৬৯৮
এহি অনুক্ৰমে পশু কৰিবে ৰক্ষণ।
তাৰতম্য মূল্য লৈয়া কৰিবে জীৱন ॥
বৈশ্যত কৰিয়া জানা অন্য ভিন্ন জন।
পশুসব ৰক্ষা নকৰিবে কদাচন ॥ ২৯৬৯৯
বৈশ্যধৰ্ম্ম এহিমানে ভৈল সমাপত।
কহো শূদ্ৰধৰ্ম্ম মই তোমাৰ আগত ॥

পূৰ্ব্বে ব্ৰহ্মাদেৱে জানা ইটো শূদ্ৰ জাতি।
ব্ৰাহ্মণৰ পৰিচৰ্য্যা কৰিবেক প্ৰতি ॥ ২৯৭০০
এতেকে জানিবা এহি তিনিয়ো বৰ্ণৰ।
শূদ্ৰে পৰিচৰ্য্যা কৰিবেক নিৰন্তৰ ॥
এহি হেতু তাৰ সুখ মিলিবেক আতি।
অৰ্থ সঞ্চয়ন নকৰিবে শূদ্ৰ জাতি ॥ ২৯৭০১
অৰ্থহন্তে শূদ্ৰৰ মিলয় মহাপাপ।
কহিলো নিশ্চয় জানা যুধিষ্ঠিৰ বাপ ॥
জীৱে লাভ যিটো আজ্ঞা কৰে তিনি বৰ্ণে।
সদা প্ৰৱৰ্ত্তিব নিষ্ঠে জানা শূদ্ৰজনে ॥ ২৯৭০২
তাৰ উপজীৱ্য কহো শুনা মোৰ নাতি।
কহো সুৰপতি শুনিয়োক কাণ পাতি ॥
তিনি বৰ্ণে শূদ্ৰক সদায় পুষিবেক।
ছত্ৰ বস্ত্ৰ ব্যজন যে আউৰ যে পাদুকা ॥ ২৯৭০৩
ভোগ কৰিলেসে আৰ যিটো হোৱে জীৰ্ণ।
তাকেসে শূদ্ৰক জানা দিব তিনি বৰ্ণ ॥
সেহি দ্ৰব্যে কৰিবেক জীৱন উপায়।
আত বাজে জানিবাহা শূদ্ৰৰ গতি নাই ॥ ২৯৭০৪
এহিমানে কৈলো ধৰ্ম্ম সমস্ত বৰ্ণৰ।
চাৰি আশ্ৰমৰ কথা শুনা আতপৰ ॥
গঙ্গাসুত বদতি শুনিয়ো যুধিষ্ঠিৰ।
প্ৰথমে শুনিবা ধৰ্ম্ম বান যে প্ৰস্থীৰ ॥ ২৯৭০৫
সত কৰ্ম্ম কৰিয়া কৰিবে সংস্কাৰ।
তেবে বেদ অধ্যয়ন কৰিবে সাৰে সাৰ ॥
তেবে ভাৰ্য্যা বিবাহ কৰিবে মনোনীত।
যদি ভাৰ্য্যা বিবাহ নকৰে কদাচিত ॥ ২৯৭০৬
গৃহাশ্ৰম ধৰ্ম্ম যত কৰি সমাপত।
দিব্য জটা-জুট পাছে ধৰিবে শিৰত ॥
গৃহাশ্ৰম ধৰ্ম্মত হৈবেক কৃতকৃত্য।
বাণপ্ৰস্থাশ্ৰমে গৈয়া হৈবে উপস্থিত ॥ ২৯৭০৭

অৰণ্যত বেদক কৰিবে অধ্যয়ন।
পাচে উৰ্দ্ধৰেতস হৈবেক সিটো জন ॥
ব্ৰত কৰি সন্ন্যাসক কৰিবে গ্ৰহণ।
তেবে ব্ৰহ্মভাৱক লভিবে সেহিজন ॥ ২৯৭০৮
অল্প কৰি সদায়ে নিদ্ৰাক আচৰিব।
সমুদায় মানে জানা আশাক বৰ্জ্জিব ॥
একে থানে নথাকিব সিটো কদাচিত।
কৰিবে ভোজন যিবা হোৱে উপাগত ॥ ২৯৭০৯
বানপ্ৰস্থ আশ্ৰমৰ কহিলো লক্ষণ।
গৃহাশ্ৰমী ধৰ্ম্মক শুনিয়ো একমন ॥
বেদ অধ্যয়ন কৰিবেক প্ৰথমতে।
শুভকৰ্ম্ম যত কৰিবেক বিধিৰতে ॥ ২৯৭১০
কন্যাক বিবাহ কৰি পুত্ৰ আৰ্জ্জিবেক।
ভোগ কৰিবেক জানা সকল সুখক।
ঋতু সময়ত ভাৰ্য্যা কৰিবে গমন।
নিয়মিত কৰি সিটো কৰিবে ভোজন ॥ ২৯৭১১
দুৰ্জ্জন কুটিল নহৈবেক কদাচিত।
দেৱতা পিতৃক জানা তৰ্পিবে সতত ॥
পৰ উপকাৰ সদা গ্ৰহণ কৰিব।
সত্য বাজে কদাচিতো মিথ্যা নভাবিব ॥ ২৯৭১২
হৈব মৃদুভাৱ কাকো হিংসা নকৰিব।
ক্ষমাৱন্ত হুয়া সিটো ইন্দ্ৰিয় দমিব ॥
ব্ৰাহ্মণত সদায়ে অন্নক নিবেদিব।
সৰ্ব্বদায়ে আত্মগৃহে শ্ৰৱণ কৰিব ॥ ২৯৭১৩
আপুনাৰ ভাৰ্য্যা সমে কৰিবেক ৰতি।
সদা পূজা কৰিবেক গৃহীয়ে অতিথি ॥
যিটো বিপ্ৰে এহিভাৱে গৃহধৰ্ম্ম কৰে।
অন্তে সেহিজনে স্বৰ্গভোগক আচৰে ॥ ২৯৭১৪
ব্ৰহ্মচাৰী লক্ষণ শুনিয়ো আত পাচে।
জিজ্ঞাসি চাহিবা সন্ত গুৰু কৈত আছে ॥
তাতে গৈয়া কৰিবেক দীক্ষাক গ্ৰহণ।
গুৰু ভক্তি কৰিবেক সিটো অনুষ্ঠান ॥ ২৯৭১৫
বেদক অভ্যাস কৰিবেক প্ৰতিনিত।
ব্ৰহ্মচৰ্য্য ব্ৰতক ধৰিব স্বভাৱত ॥
নিয়মিত আহাৰ কৰিব সৰ্ব্বকালে।
ইন্দ্ৰিয় দমিয়া থাকিবেক ভালে ভালে ॥ ২৯৭১৬
ব্ৰহ্মচৰ্য্যব্ৰত ধৰ্ম্ম কৰি সমাপতি।
ভিক্ষুকৰ ধৰ্ম্ম কহো শুনিয়ো সম্প্ৰতি ॥
ব্ৰাহ্মণৰ সংস্কাৰ কৰিবেক আগে।
পাচে কন্যা বিবাহ কৰিব অনুৰাগে ॥ ২৯৭১৭
ইন্দ্ৰিয়সবক সদা যিজনে দমিব।
ভিক্ষা কৰি অন্ন আনি কৃষ্ণে নিবেদিব ॥
ভাৰ্য্যা সমে ৰঙ্গে পাচে কৰিব ভোজন।
আৰো কৃষ্ণ চৰণত অৰ্পিবেক মন ॥ ২৯৭১৮
যদিবা অতিথি আসি মিলয় গৃহত।
আপুনি নুভুঞ্জি অন্ন সমৰ্পিবে তাত ॥
পাচক লাগিয়া কিছো দ্ৰব্য নসাঞ্চিব।
পুনু অন্ন মাগি আনি তেবেসে ভুঞ্জিব ॥ ২৯৭১৯
চাৰিবিধ আশ্ৰমৰ কহিলো নিৰ্ণয়।
আৰো কিবা আশঙ্কা পুছিয়ো মহাশয় ॥
যুধিষ্ঠিৰে বোলে শুনা গঙ্গাৰ তনয়।
পুছো আউৰ কথা মই কৰিয়া বিনয় ॥ ২৯৭২০
মোহোৰ সমান যত প্ৰাণী নিৰন্তৰ।
যেনমতে কল্যাণ হৈবেক তাসম্বাৰ ॥
হিংসাশূন্য হোৱে যেন সকলো প্ৰাণীত।
সাৰশেষ ধৰ্ম্মচয় কহিয়ো মোহোত ॥ ২৯৭২১
ভীষ্ম নিগদতি শুনা যুধিষ্ঠিৰ ৰায়।
যি পুছিলা সমুদায় কহিবো বুজাই ॥
চাৰিয়ো আশ্ৰম জানা কহিবো বিপ্ৰৰ।
অধিকাৰ নোহে জানা ইতিনি বৰ্ণৰ ॥ ২৯৭২২

ক্ষত্রিয় বৈশ্যৰ যিবা আউৰ শূদ্রৰ।
ভিন্ন ভিন্ন কৰি ধৰ্ম্ম কহো নিৰন্তৰ ॥
সেহি সেহি ধৰ্ম্মে প্ৰবৰ্ত্তিব নিষ্ঠ কৰি।
তোমাৰ আগত সবে কহিবো সংহৰি ॥ ২৯৭২৩
ক্ষত্রিয় বৈশ্যৰ জানা আউৰ শূদ্রৰ।
যিটো বিপ্রে ধৰ্ম্ম ধৰে জানা ইসবৰ ॥
ইহলোকে দুখ পাৱে হোৱয় নিন্দিত।
পৰলোকে গৈয়া সিটো পৰয় নৰ্কত ॥ ২৯৭২৪
কুকুৰ পশুক আদি ৰাৱল কুকুৰ।
লোকত বিহিত নীচ প্ৰাণী নিৰন্তৰ ॥
নিন্দিত ব্ৰাহ্মণে নিন্দা লভিবেক আৰ।
জানা যুধিষ্ঠিৰ তত্ত্ব কহিলো ইহাৰ ॥ ২৯৭২৫
ব্ৰাহ্মণ হৈবেক সদা সদকৰ্ম্মে ৰত।
গৃহাশ্ৰম ধৰ্ম্মে সদা কৰিয়া নিতান্ত ॥
গৃহত থাকিয়া পাচে হৈবে কৃতকৃত্য।
পাচে গৈয়া নিবাস কৰিবে অৰণ্যত ॥ ২৯৭২৬
এহিসে উত্তম বিপ্ৰ জানা নৃপবৰ।
হীন ব্ৰাহ্মণৰ কথা শুনা আতপৰ ॥
ৰাজআজ্ঞাকাৰী যিটো থাকয় ব্ৰাহ্মণ।
বাণিজ্য কৰিয়া যিটোজনে আৰ্জ্জে ধন ॥ ২৯৭২৭
অৰ্থক লাগিয়া যিটো বাঢ়ি লোৱে ধন।
জানিবাহা ইটো বিপ্ৰ স্বধৰ্ম্মত হীন ॥
আৰো শূদ্ৰাণীত যিটো হোৱয় পতিত।
হীনকৰ্ম্ম কৰয় সদায় দুষ্টচিত্ত ॥ ২৯৭২৮
নৰ্ত্তন কৰয় গ্ৰাম্য হোৱয় যাজক।
দেৱকৰ্ম্মে দানে বৰ্জ্জিবাহা ইসবক ॥
ক্ষত্ৰিয়ে কৰিব সদা প্ৰজাৰ পালন।
ৰাজসূয় আদি কৰিবেক যজ্ঞগণ ॥ ২৯৭২৯
ব্ৰাহ্মণক আনি ধন দিবে অসংখ্যাত।
শত্ৰুক জিনিয়া জয় হুইবেক যুদ্ধত ॥
প্ৰজা পালনত পাচে থাপিবে পুত্ৰক।
দেৱতা পিতৃক ঋষিসব পূজিবেক ॥ ২৯৭৩০
পাচে গৈয়া ঋষিৰ আশ্ৰমে হুইব স্থিতি।
ভিক্ষা কৰি উপজীব্য কৰিব সম্প্ৰতি ॥
ভাৰত পুৰাণ শুনিবেক নিতে নিতি।
ৰাজঋষি ধৰ্ম্ম ধৰি সাধিবেক গতি ॥ ২৯৭৩১

### ৰাজধৰ্ম্ম কথন

সমস্ত ধৰ্ম্মত ৰাজধৰ্ম্মেসে প্ৰধান।
কহো সাৱধানে শুনা ইহাৰ প্ৰমাণ ॥
হস্তীৰ খোজত অন্য খোজ যায় লয়।
আৰো এহি পটন্তৰ জানা মহাশয় ॥ ২৯৭৩২
ৰাজধৰ্ম্মে জানা সবে ধৰ্ম্মৰ নিবাস।
সব ধৰ্ম্ম ইহাত সিজয় অপ্ৰয়াস ॥
নীতি ধৰ্ম্ম ধৰি যিটো প্ৰৱৰ্ত্তে সদায়।
সকলো ধৰ্ম্মৰ জানা আত ফল পায় ॥ ২৯৭৩৩
যিটো নৃপতিয়ে ৰাজধৰ্ম্মক এৰয়।
সমস্ত ধৰ্ম্মৰ জানা ফল নষ্ট হয় ॥
ভীষ্ম নিগদতি কথা শুনা নৃপবৰ।
আৰো এককথা কহো শুনা আতপৰ ॥ ২৯৭৩৪
পূৰ্ব্বত দানৱে পৃথিৱীক পৰ্য্যটিলা।
চাৰি আশ্ৰমৰ ধৰ্ম্ম সবে নষ্ট কৈলা ॥
সেহি সময়ত ৰাজা হৈলেক মান্ধাতা।
সকল প্ৰাণীৰ জন্মিলেক যেন পিতা ॥ ২৯৭৩৫
যজিলে অনেক যজ্ঞ নৃপতি প্ৰধান।
বিষ্ণুত শৰণ পশি সমৰ্পিলা প্ৰাণ ॥
তাহাৰ ভক্তিত তুষ্ট হুয়া লক্ষ্মীপতি।
বাসৱৰ ৰূপ ধৰি সাক্ষাত ভৈলন্তি ॥ ২৯৭৩৬
মান্ধাতা সহিতে দুইৰো সম্বাদ ভৈলেক।
আত অনন্তৰে পাচে ইন্দ্ৰে বুলিলেক ॥

ধৰ্ম্মৱন্ত মধ্যে তুমি আতি শ্ৰেষ্ঠতৰ।
যাহাক দেখিবে বাঞ্ছা কৰাহা মনৰ ॥ ২৯৭৩৭
যিটো নাৰায়ণ তেন্তে জানা আদিদেৱ।
সদা লক্ষ্মী সৰস্বতী প্ৰেমে কৰে সেৱ ॥
যাৰ আদি অন্ত নাহি অতৰ্ক মহিমা।
তাহান বীৰ্য্যৰ কোনে কহিবেক সীমা ॥ ২৯৭৩৮
আমাৰ দৃষ্টিৰ তেন্তে নুহিকে গোচৰ।
যাহাক নেদেখে ব্ৰহ্মা আদি নিৰন্তৰ ॥
হেন ঈশ্বৰক দেখা পাইবা কেনমতে।
যিটো আৰ বাঞ্ছা আছে কহিয়োক মোতে ॥২৯৭৩৯
তুমি মহা পৰাক্ৰমী সদধৰ্ম্মে ৰত।
সদায় কৰিবা ভক্তি কৃষ্ণ চৰণত ॥
যিবা বৰ লাগে তাক দিবোহো আপুনি।
এতেকে নৃপতি তাক লৈবো মনে গুণি ॥২৯৭৪০
মান্ধাতা বদতি আৰো শুনা পুৰন্দৰ।
কহিবো তোমাত বাঞ্ছা মোহোৰ মনৰ ॥
হৰি সম বন্ধু নাই ঘোৰ সংসাৰত।
এৰি ৰাজ্যভাৰ গৈয়া চিন্তিবো বনত ॥ ২৯৭৪১
যিটো ৰাজধৰ্ম্ম জানা ধৰ্ম্মতে প্ৰধান।
তাক আচৰিয়া লভি আছে পুণ্য স্থান ॥
নাৰায়ণ হন্তে প্ৰবৰ্ত্তিলা ৰাজধৰ্ম্ম।
মই মূঢ়মতি নজানোহো তাৰ মৰ্ম্ম ॥ ২৯৭৪২
মহেন্দ্ৰ বদতি কথা শুনা নৰেশ্বৰ।
কহিবো তোমাত মই বৃত্তান্ত পূৰ্ব্বৰ ॥
ৰাজনীতি পূৰ্ব্বকালে কিঞ্চিত আছিল।
সমস্তে প্ৰাণীক জানা অধৰ্ম্মে গ্ৰাসিল ॥ ২৯৭৪৩
পাচে আদিদেৱ ক্ষেত্ৰধৰ্ম্মক নিৰ্ম্মিলা।
সেহিসে ধৰ্ম্মক নৃপগণে আচৰিলা ॥
অন্য ধৰ্ম্মগণক স্ৰজিল ভিন্নে ভিন্ন।
সেহি ধৰ্ম্ম কৰি গতি পাৱে সৰ্ব্বজন ॥ ২৯৭৪৪

সকল ধৰ্ম্মত শ্ৰেষ্ঠ জানা ৰাজনীতি।
এহি ধৰ্ম্মে মোক্ষ সাধিবেক নৰপতি ॥
এতেকে নৃপতি তুমি মোৰ বোল ধৰা।
এহি ধৰ্ম্ম ধৰি প্ৰজা প্ৰতিপাল কৰা ॥ ২৯৭৪৫
প্ৰথমে কৰিব দিগ্‌বিজয় সম্প্ৰতি।
আকে ভূমি সংস্কাৰ জানা মহামতি ॥
পাচে কৰিবেক আসি ৰাজ্য অভিষেক।
ৰাজ-সংস্কাৰ এহি লোকত প্ৰত্যেক ॥ ২৯৭৪৬
নকৰিব ভিক্ষা প্ৰজা পালিবে সতত।
আতি দয়াৱন্ত হৈব সমস্ত প্ৰাণীত ॥
সংগ্ৰাম যজ্ঞত জানা সমৰ্পিব প্ৰাণ।
নিশ্চয় জানিবা সেহি নৃপতি প্ৰধান ॥ ২৯৭৪৭
ঋষিগণে কহিয়া আছয় ইটো কথা।
সকলো তোমাত মই কহিলোহো এথা ॥
শুনিয়োক নৰপতি কথা কহো আৰ।
ধৰ্ম্মশাস্ত্ৰগণ সুশুনিয়া যিটো নৰ ॥ ২৯৭৪৮
কদাচিতো ধৰ্ম্মে ৰতি নহয় তাহাৰ।
তোমাৰ আগত কহিলোহো সাৰে সাৰ ॥
নৃপতিক যিটো জনে অৱজ্ঞা কৰয়।
তাৰ হাতে দেৱ পিতৃ জলকো নলয় ॥ ২৯৭৪৯
যিটো নৃপতিক দেৱগণে কৰে মান।
মনুষ্যে নমানে কিনো পৰম অজ্ঞান ॥
পূৰ্ব্বে ব্ৰহ্মাদেৱে স্ৰজিলেক জগতক।
ৰাজাক স্ৰজিলা জানা ধৰ্ম্মৰ ৰক্ষক ॥ ২৯৭৫০
অপ্ৰচাৰ ধৰ্ম্ম যিটো কৰয় প্ৰচাৰ।
সেহি ধৰ্ম্মৱন্ত ৰাজা কহিলোহো সাৰ ॥
তাহাত ক্ষত্ৰিয় ধৰ্ম্ম সদা হোৱে স্থিতি।
সেহিসে জনক জানা মোহোৰ প্ৰণতি ॥ ২৯৭৫১
ভীষ্ম নিগদতি শুনা কথা নৃপবৰ।
মান্ধাতাত কৈলা কথা ছদ্মে পুৰন্দৰ ॥

নিজ থানে গৈলা ইন্দ্ৰৰূপী গদাধৰ।
শুনা পাচকথা আৰে আত অনন্তৰ ॥ ২৯৭৫২
হেনয় ক্ষত্ৰিয় ধৰ্ম্ম প্ৰবৃৰ্ত্তি আছয়।
যিটো অন্ত্যজন সিটো উলঙ্ঘা কৰয় ॥
প্ৰবৃত্তি নিবৃত্তি কৰ্ম্ম কিছো নজানয়।
অন্যায়ে প্ৰবৰ্ত্তি সিটো নৰকে চলয় ॥ ২৯৭৫৩
হেনয় ক্ষত্ৰিয় ধৰ্ম্মে প্ৰবৰ্ত্তা সদায়।
তোমাৰ আগত মই কৈলো অভিপ্ৰায় ॥
শুনা সৰ্ব্বজন ইটো কথা ভাৰতৰ।
মহা মহা পাপ পলায় শ্ৰৱণে ইহাৰ ॥ ২৯৭৫৪
জনম সাফল্য আক শুনা কৰ্ণ ভৰি ॥
যি জনে যাইবাহা সুখে সংসাৰক তৰি ॥
কৃষ্ণৰ চৰণ মনে হিয়ে ৰূপ ধৰি।
দীন দ্বিজে ভণে ডাকি বোলা হৰি হৰি ॥ ২৯৭৫৫

———

## দুলড়ী

পাণ্ডুৰ তনয় কৰিয়া বিনয়
পুছন্ত গঙ্গাসুতত।
চাৰি আশ্ৰমীৰ কথা নিৰন্তৰ
কহিলা মোৰ আগত ॥
সম্প্ৰতি তাহাৰ কৰিয়া বিস্তাৰ
বুজায়োক সাৰশেষে।
শুনিয়া হেনয় গঙ্গাৰ তনয়
কহিবে লৈলা হৰিষে ॥ ২৯৭৫৬
ঋষিৰ মুখত শুনিলোহো যত
সমস্তে কৈলো বেকত।
আৰে যুধিষ্ঠিৰ কহিয়ো তোমাত
পালিবা প্ৰজা যিমত।
পণ্ডিত বিপ্ৰক সাধুসকলক
যত্নে কৰা প্ৰতিপাল।
দুখী ভিক্ষী যত প্ৰাণী অসংখ্যাত
ৰাজধৰ্ম্ম এহি ভাল ॥ ২৯৭৫৭
ঋষিধৰ্ম্ম যত ধৰ্ম্ম উপাৰ্জ্জন্ত
আৰো যত সন্ন্যাসত।
আশ্ৰমীগণৰ ধৰ্ম্ম নিৰন্তৰ
উপজায়া সেহিমত ॥
তাৰ শতগুণ ধৰ্ম্মক নৃপতি
পাৱে ফল ৰক্ষণত।
বিবিধ ধৰ্ম্মক . কহিলো তোমাক
আচৰা তুমি সাক্ষাত ॥ ২৯৭৫৮
পুনু যুধিষ্ঠিৰ পুছন্ত ভীষ্মক
হুয়া আতি অৱনত।
তোমাৰ মুখত শুনিলো অসংখ্য
আৰো পুছো মনোমত ॥
প্ৰজাগণে কেন মতে নৃপতিক
উপাসিবে প্ৰতিদিনে।
কৰি অনুগ্ৰহ কহা পিতামহ
শুনো মই একমনে ॥ ২৯৭৫৯
ৰাজাৰ বচনে গঙ্গাৰ নন্দনে
কহিবাক সাজ ভৈলা।
ভীষ্ম নিগদতি শুনিয়ো সম্প্ৰতি
মোত তুমি যি পুছিলা ॥
সদায়ে ৰাজাক প্ৰজাগণে আসি
কৰিবেক উপাসনা।
তেবেসে শত্ৰুৰ গুচৈ পৰাভৱ
নপাৱে কিছো বেদনা ॥ ২৯৭৬০
নৃপতি নভৈল জানাহা দেশত
কাকো কেৱে নমানয়।
অন্যো অন্যে নৰে কৰয় হনন
বিপত্তি আসি মিলয় ॥
বলী দুৰ্ব্বলীক সদা পীড়া কৰে
দেশৰ জানা ধিকাৰ।
এতেকে ৰাজাক সৱে প্ৰজাগণে
কৰি আতি সতকাৰ ॥ ২৯৭৬১
যেন দেৱগণে বেঢ়িয়া ইন্দ্ৰক
সততে থাকে উপাসি।

সেহিমতে প্ৰজা নৃপতিসবক
উপাসা কৰিবে আসি ॥
নৃপতিক মান্য কৰয় যি নৰে
ইন্দ্ৰৰ সমান কৰি ।
সততে ৰাজাক কৰিবে পূজন
চিত্তক একাগ্ৰ কৰি ॥ ২৯৭৬২
জানা নৃপবৰ মোহোৰ উত্তৰ
কহিবো সবে বুজাই ।
নৃপতি বৰ্জ্জিত যিসব দেশত
নিবাসে মিলে অপায় ॥
বলৱন্ত যদি নৃপতি আসিয়া
ৰাজাক বলে জিনয় ।
সেহিসে দেশৰ প্ৰাণী নিৰন্তৰ
পূজিব তাক নিশ্চয় ॥ ২৯৭৬৩
আকে সুমন্ত্ৰণা বুলিয়া তোমাত
কহিলো জানা নৃপতি ।
যিটো দেশে ৰাজা নাহিকে নৃপতি
হোৱে পাপ প্ৰতিনিতি ॥
সন্তসকলৰ অৰ্থ পত্নীচয়
পাপিষ্ঠে নিয়য় হৰি ।
একৈক জনক বহুতে মাৰিয়া
বলেসে নিয়য় ধৰি ॥ ২৯৭৬৪
দাস নভৈলেও লোৱে দাস কৰি
বলেসে আনে ভাৰ্য্যাক ।
এহি হেতু দেৱে প্ৰজা পালিবাক
স্ৰজিলা আগে ৰাজাক ॥
অৰাজক ভৈলে জানা যুধিষ্ঠিৰ
শুনা আৰ পটন্তৰ ।
পাখাহীন যেন চটকগণক
ধৰিয়া খাৱে কুকুৰ ॥ ২৯৭৬৫
বৰ মৎস্যগণে জলত আনন্দে
ক্ষুদ্ৰ মীন ধৰি খায় ।
নৃপতি নভৈলে জানা কুন্তীসুত
প্ৰাণীৰ হেন বিলাই ॥

ভীষ্ম নিগদতি শুনা মোৰ নাতি
ইতিহাস পটন্তৰ ।
বসুমান লোকে নৃপতি আছিল
অধিপতি কোশলৰ ॥ ২৯৭৬৬
জানা মহাশয় ইটো কথাচয়
পুছিলা বৃহস্পতিত ।
তাহান আগত দেৱৰ গুৰুৱে
কহিলেক নীতি যত ॥
সিসব কাহিনী শুনা মহামানী
কহিবো আৱে বুজাই ।
তোমাৰ আগত কহিবো সমস্ত
লোৱা আৰ অভিপ্ৰায় ॥ ২৯৭৬৭

ঝুনা

ৰাজা বসুমানে বুলিলা বাণী ।
শুনিয়ো গুৰু তুমি মহামানী ॥
কিবা হেতু প্ৰজা বুদ্ধি লভয় ।
কেনে বা প্ৰাণীগণ নষ্ট হয় ॥ ২৯৭৬৮
কাক পূজিলেসে সুখক পায় ।
কহিয়ো গুৰু আৰ অভিপ্ৰায় ॥
নৃপতিৰ হেন বচন শুনি ।
প্ৰশংসিয়া গুৰু বুলিলা বাণী ॥ ২৯৭৬৯
ধন্য ধন্য তুমি ৰাজা প্ৰধান ।
তযু সম ৰাজা নাহিকে আন ॥
লোকত জানা ৰাজা মূলধৰ্ম্ম ।
ৰাজা হেতু হোৱে সবাৰে মৰ্ম্ম ॥ ২৯৭৭০
অন্যো অন্যে হিংসা নকৰে আৰ ।
কাৰো কেৱে জানা নিচিন্তে মাৰ ॥
যদিবা নৃপতি নভৈল দেশে ।
তাহাৰ কথা শুনা সাৰশেষে ॥ ২৯৭৭১
গোৰক্ষ নাহি যেন গৰুচয় ।
অন্ধকাৰে গৈয়া প্ৰৱেশ হয় ॥

নৃপতি নভৈলে প্ৰজা ইমত।
নিশ্চয়ে প্ৰাণী পৰে আপদত ॥ ২৯৭৭২
পিতৃ মাতৃ গুৰু কাকো নমানে।
অতিথি ব্ৰাহ্মণ কেহো নজানে ॥
সকল ধৰ্ম্মক কৰে বিঘাত।
কেৱলে প্ৰজা অধৰ্ম্মত ৰত ॥ ২৯৭৭৩
অকালত মৃত্যু হোৱে প্ৰজাত।
ডকাইত অধিক প্ৰজা সমস্ত ॥
নৰকে পৰে দৈৱে বাধা নাই।
সমস্তে যোনিতে ভ্ৰমে সদায় ॥ ২৯৭৭৪
কৃষিয়ো নোহোৱে জানা প্ৰজাৰ।
বাণিজ্য বিক্ৰয় গুচে লোকৰ ॥
বেদধৰ্ম্ম যত হোৱে লুপুত।
প্ৰজা যজ্ঞ সবে হোৱে হত ॥ ২৯৭৭৫
উদবিগ্ন আতি হৈব হৃদয়।
দেশত হৈব হাহাকাৰময় ॥
ক্ষণমাত্ৰ যদি নভৈল ৰাজা।
নিশ্চয় জানো নষ্ট হোৱে প্ৰজা ॥ ২৯৭৭৬
সেতু সাকো যত হুইবে নষ্ট।
সবাৰো মনত মিলিবে কষ্ট ॥
অৰাজক ভৈলে হেন লক্ষণ।
আৰো কহো কথা দিবাহা মন ॥ ২৯৭৭৭
শুনিয়ো ৰাজাৰ যেহেন ৰীতি।
কহিবো ৰাজা আত দিবা মতি ॥
ৰাজা হুয়া সুখে ৰাখিবা প্ৰাণী।
ধৰ্ম্ম অধৰ্ম্মক থাকিবে জানি ॥ ২৯৭৭৮
জানিবা নৃপতি সুখ কাৰণ।
মনুষ্য বুদ্ধি নকৰিবা মন ॥
মহন্ত দেব আসি উতপতি।
নৰৰূপ ধৰি ভৈলেক স্থিতি ॥ ২৯৭৭৯
কালে কালে ধৰে পঞ্চ লক্ষণ।
শুনিয়ো কহিবো তাৰ কাৰণ ॥
মিথ্যা মাতি পাপ কৰে যি জনে।
তাহাকে ৰাজা জানে অনুমানে ॥ ২৯৭৮০
উচিত দণ্ডে গুচে পাপচয়।
বুজিবা তেখনে অগ্নিৰ নয় ॥
চৰ দিয়া যিটো নৃপতি জ্ঞানী।
লোকৰ কাৰ্য্যক থাকয় জানি ॥ ২৯৭৮১
সূৰ্য্যে যেনমতে দেখে সবাক।
চৰ দ্বাৰা নৃপে চাইবে প্ৰজাক ॥
তেখনে জানিবা সূৰ্য্যৰ প্ৰায়।
কহিলো ৰাজা লৈয়ো অভিপ্ৰায় ॥ ২৯৭৮২
অশুদ্ধ লোকক জানিয়া মনে।
পুত্ৰ মন্ত্ৰী ভ্ৰাতৃ হোৱে যি জনে ॥
ক্ৰোধৰ বেগত কৰিবা ঠাই।
জানিবা ৰাজা অন্তকৰ নয় ॥ ২৯৭৮৩
অধৰ্ম্মী লোকক আনি সকলে।
কৰিব দণ্ড পাইলেক ছলে ॥
সদায়ে ক্ৰোধত নেদিবে মন।
ধাৰ্ম্মিক জনক কৰে ৰক্ষণ ॥ ২৯৭৮৪
ক্ৰোধত থাকিয়া কৰে অজ্ঞান।
জানিবা তেখনে যম সমান ॥
জানিয়া ৰাজা হোৱা শান্তমতি।
সমস্ত প্ৰাণীক পালিবা নীতি ॥ ২৯৭৮৫
শত্ৰুৰ অৰ্থক আনয় হৰি।
ব্ৰাহ্মণক দেয় মনক পূৰি ॥
দিয়ে ঐশ্বৰ্য্যক উপকাৰীত।
জানিবা তেবে হুইবে মোৰ মত ॥ ২৯৭৮৬
ৰাজাৰ আদেশ কৰে যি থানে।
নথাকি তাত পণ্ডিত মানে ॥

ৰাজাৰ লক্ষণ মহিমা যত।
কৈলা শুক বসুমান আগত ॥ ২৯৭৮৭
সি সব কাহিনী কৈলো তোমাত।
আৰো কিবা লাগে পোছা আমাত ॥
শুন সৰ্ব্বজন মহাভাৰত।
যেবে শৰীৰত আছয় তত্ত্ব ॥ ২৯৭৮৮
গঙ্গা আদি তীৰ্থ স্নানৰ ফল।
তাহাৰ শ্ৰৱণে পাইবা সকল ॥
কৃষ্ণৰ চৰণে হৈবে ভকতি।
সংসাৰৰ পাৰ পাইবা সম্প্ৰতি ॥ ২৯৭৮৯
ভণিলা ঝুনা দ্বিজ লক্ষ্মীনাথ।
সংসাৰ তৰণ এহিসে পথ ॥
হৈবা যদি ভৱাৰ্ণৱৰ পাৰ।
ৰাম হৰি বুলি হুয়ো উদ্ধাৰ ॥ ২৯৭৯০

পদ

নিগদতি যুধিষ্ঠিৰ শুনিয়ো গাঙ্গেয়।
পুছো আউৰ কথা মোৰ মনৰ সংশয় ॥
যদিবা হোৱয় যিটো বিশিষ্ট নৃপতি।
কোন কোন কাৰ্য্য সিটো কৰিব সম্প্ৰতি ॥ ২৯৭৯১
ৰাজ্য ৰক্ষা কিমতে কৰিব নৰপতি।
শত্ৰু জিনিবাৰ সিটো কেমন যুগুতি ॥
যত্নে নিয়োজিব ৰাজা কেনে চাৰগণ।
বিশ্বাসৰ পাত্ৰ কৰি লৈব কোন বৰ্ণ ॥ ২৯৭৯২
ৰাজভৃত্য হৈবেক কেমন প্ৰাণীচয়।
ৰাজভাৰ্য্যা ৰাজপুত্ৰ হৈবে কেন নয় ॥
প্ৰপঞ্চি ইহাক মোত কহা পিতামহ।
যদি তোমাসাৰ মোত আছে অনুগ্ৰহ ॥ ২৯৭৯৩
ভীষ্মে বোলে শুনা ধৰ্ম্ম মোহোৰ বচন।
প্ৰৱৰ্ত্তন কিমতে কৰিবে ৰাজাগণ ॥
কহিবো তোমাত মই যেন লোৱে মতি।
শুনা সাৱধানে তুমি পাণ্ডুৰ সন্ততি ॥ ২৯৭৯৪
প্ৰথমে জিনিবে আপুনাক ৰাজাচয়।
তেবেসে জিনিতে পাৰে শত্ৰু সমস্তয় ॥
আপুনাকে যিটো ৰাজা নোৱাৰে জিনিতে।
সেহিজনে শত্ৰুক জিনিবে কেনমতে ॥ ২৯৭৯৫
অহঙ্কাৰ আদি লোভ মোহ কাম ক্ৰোধ।
জিনিলেক আৰু যিটো নৃপতি প্ৰবুধ ॥
জিনিলেক সিটো জনে ইন্দ্ৰিয় নিশ্চয়।
শত্ৰুক জিনিবে সেহি ৰাজা শক্ত হয় ॥ ২৯৭৯৬
থানে থানে দুৰ্গ পাতি কৰিবে ৰক্ষণ।
সদায়ে সঞ্চিত ৰাজা কৰিবেক ধন ॥

চৰৰ লক্ষণ

আৰো কহো যুধিষ্ঠিৰ তোমাৰ আগত।
যেন যেন চৰ ৰাজা লৈবেক সঙ্গত ॥ ২৯৭৯৭
তাহাৰ লক্ষণ মই কৈবো প্ৰপঞ্চিয়া।
কুৰুৰ নন্দন আৰু শুনা মন দিয়া ॥
পুৰুষৰ চিত্তক বুজিয় ইঙ্গিততে।
শাস্ত্ৰ-জ্ঞান তাহাত হৈবেক ভালমতে ॥ ২৯৭৯৮
ক্ষুধা তৃষ্ণা সৰ্ব্বক্ষণে সহিবে লাগয়।
বহু শ্ৰম পাইলে তাক শ্ৰম নোবোলয় ॥
হেন চৰগণ নিয়োজিব থানে থানে।
নগৰে নগৰে বনে পুষ্পৰ উদ্যানে ॥ ২৯৭৯৯
দেশে দেশে গ্ৰামে গ্ৰামে ৰাজ-অভ্যন্তৰে।
প্ৰযত্নে ফুৰিব চৰগণ নিৰন্তৰে ॥
চৰ বুলি চিনিতে নপাৰে একোজন।
জড় অন্ধ বধিৰৰ ধৰিব লক্ষণ ॥ ২৯৮০০
মন্ত্ৰীসকলৰ গৃহে থাকিব সদায়।
যত মিত্ৰ আছে তাৰ লৈবে অভিপ্ৰায় ॥

পুত্ৰৰ লগত চৰ থাকিব ৰহস্তে।
সততে ভাৰ্য্যাৰ মন বুজিব অৱশ্যে ॥ ২৯৮০১
নৃপতিৰ বশ্য ৰাজা আছে যত যত।
তাৰ অভ্যন্তৰে চৰ থাকিবে সতত ॥
যেন অন্য ৰাজায়ে নজানে ভালমতে।
এহিমতে চৰ নিয়োজিব বুদ্ধিমন্তে ॥ ২৯৮০২
পৰজনে নিয়োজিয়া থাকে যিটো চৰ।
তাক জ্ঞান হৈব ৰাজা কৰিয়া বিচাৰ ॥
বজাৰে সমাজে আৰো সন্ন্যাসীৰ থাৰে।
উদ্যানত পণ্ডিতৰ সভাত স্বভাৱে ॥ ২৯৮০৩
আপুন দেশত আৰো গৃহৰ মধ্যত।
কৰিব বিচাৰ আৰো শয্যা সমীপত ॥
হেন সে প্ৰকাৰে চৰ বিচাৰ কৰয়।
পৰচৰ গণ যিটো ৰাজা জ্ঞান হয় ॥ ২৯৮০৪

মন্ত্ৰীৰ লক্ষণ

সিটো নৃপতিৰ সুখ হুইবেক সম্প্ৰতি।
কহিলো সাৰাংশ ইটো জানা মহামতি ॥
চৰহীন ৰাজা যদি থাকে কদাচিত।
মন্ত্ৰণা কৰিবে পাচে মন্ত্ৰীয়ে সহিত ॥ ২৯৮০৫
বিপদ কালত যেন উপকাৰ পাই।
মিত্ৰতা কৰিব বুলি নৃপতিৰ ঠাই ॥
আজ্ঞা নিবাৰণে হীন নৃপতিৰ ঠাই।
হেনসে ৰাজাত জানা মিত্ৰ সুযুৱাই ॥ ২৯৮০৬
দ্ৰব্য লভিবাৰ যাৰ উৎসাহ সম্প্ৰতি।
আতি গুণৱন্ত ধৰ্ম্ম জানে মহামতি ॥
বেদ বেদাঙ্গত হৈবে সদায়ে পাৰ্গত।
প্ৰজাগণ প্ৰতিপাল কৰে স্বধৰ্ম্মত ॥ ২৯৮০৭
হেনসে ৰাজাৰ ঠাই হৈবে মিত্ৰৱতি।
তৰিব হেলায়ে সিটো বিপদ দুৰ্গতি ॥

পূৰ্ব্ব অপকাৰী জন থাকয় দেশত।
আপুনি উচ্ছন্ন ৰাজা মানিবে মনত ॥ ২৯৮০৮
ছলে বলে সিটো শত্ৰু মাৰিবে ৰাজাই।
সিটো নৃপতিৰ সৰ্ব্বকাল সুখে যায় ॥
বল বীৰ্য্যহীন যিটো থাকয় নৃপতি।
উপায়ে গুচায়া ৰাজ্য লৈবেক সম্প্ৰতি ॥ ২৯৮০৯
যিটো ৰাজা মন্ত্ৰীয়েৰে প্ৰীতি অনুক্ষণ।
উপায়েৰে দুইবো ভেদ কৰিবেক মন ॥
আতি বুদ্ধিমন্ত যিটো নৃপতি হৈবেক।
ৰাজ্যক ইচ্ছায়ে সদা যুদ্ধ বৰ্জিবেক ॥ ২৯৮১০
সাম দান ভেদ আৰো ত্ৰিতয় উপায়ে।
অৰ্থ পৰিগ্ৰহ নৃপে কৰিবে স্বভাৱে ॥
নানা ভাৱে বুলিবেক সাম্যতা বচন।
তাকে সাম বুলি কহি আছে প্ৰাজ্ঞজন ॥ ২৯৮১১
অনেক সুন্দৰ বস্তু দিবেক সম্প্ৰতি।
শত্ৰুৰ মনত যেন বাঢ়িবেক প্ৰীতি ॥
আকে দান বুলি বাপু শুনা যুধিষ্ঠিৰ।
পূৰ্ব্বে আক কহিয়া আছয় মহাবীৰ ॥ ২৯৮১২
যদিবা প্ৰবল সম থাকয় ইষ্টতা।
সুজান মন্ত্ৰীয়ে সমে কৰয় মিত্ৰতা ॥
অনেক প্ৰকাৰে তাৰ লগাইবেক ভেদ।
আক ভেদ বুলিয় কহিলো পৰিচ্ছেদ ॥ ২৯৮১৩
এহি তিনি উপায় কৰিবে জানা আগে।
তথাপি যুদ্ধক ইচ্ছা কৰিবে নলাগে ॥
বাহুবলে যিটো ৰাজা অৰ্থক লভয়।
সেহি অৰ্থে ব্ৰাহ্মণক তুষিবে নিশ্চয় ॥ ২৯৮১৪

ৰাজাৰ লক্ষণ

প্ৰজাৰ উচিত কৰ লৈবেক নৃপতি।
সিটো নৃপতিক জানা নপাবে দুৰ্গতি ॥

অকাৰণে কদাচিতো নদণ্ডিবে প্ৰজা।
আত্ম-পুত্ৰে সম কৰি পালিবেক প্ৰজা ॥ ২৯৮১৫
বিবাদ পুছন্তে অগ্ৰে থৈবেক পণ্ডিত।
ধৰ্ম্মাধৰ্ম্ম যত কথা জিজ্ঞাসিবে তাত ॥
এহিমতে যিটো ৰাজা প্ৰবৰ্ত্তে সদায়।
তাহাৰ প্ৰতিষ্ঠা যশ দশো দিশে যায় ॥ ২৯৮১৬
যি থানত ৰত্নচয় হোৱে উতপন্ন।
তাত নিয়োজিবে মন্ত্ৰী আপ্ত হিত জন ॥
যিটো যিটো দোষ নৰে কৰয় সম্প্ৰতি।
তাহাক উচিত দণ্ডে দণ্ডিবে নৃপতি ॥ ২৯৮১৭
হেনয় সমান দণ্ড কৰয় সতত।
সিটো নৃপতিৰ যশ বাঢ়ে অপৰ্য্যন্ত ॥
দণ্ডক নজানে যিটো দুষ্ট ৰাজাচয়।
নিতে পাপ সিদ্ধি হই ৰাজ্য নষ্ট হয় ॥ ২৯৮১৮
ইহাৰ কাৰণ কহো শুনা মন কৰি।
সিদ্ধি চোৰ পাই নৰে আনিলেক ধৰি ॥
নৃপতিৰ আগে তাঙ্ক ভেণ্টাইলেক নিয়া।
তাক দেখি নৃপতিৰ সম্পাজিল দয়া ॥ ২৯৮১৯
তাহাৰ উচিত দণ্ড শুনে বিঘাতন।
অনুৰূপ দণ্ড কৰি এৰিলা তেখন ॥
যদি পুত্ৰ ভাৰ্য্যা আদি সুহৃদ সম্প্ৰতি।
তথাপি উচিত দণ্ডে দণ্ডিবে নৃপতি ॥ ২৯৮২০
নদণ্ডিলে সমূলে পাপ যায় তল।
দেশত মিলয় বিঘ্নি নষ্ট হোৱে বল ॥
এতেকে পণ্ডিত হৈবে লাগয় নৃপতি।
তপস্যা সংযুক্ত হৈবে আতি শুদ্ধমতি ॥ ২৯৮২১
দান দিয়া তুষিবেক দেৱতা ব্ৰাহ্মণ।
যজ্ঞ যজিবাক লাগি সদা হৈব মন ॥
এহি গুণাবৃত যিটো হৈব ৰাজাচয়।
তাহাৰ দেশত কিছো বিঘ্ন নিমিলয় ॥ ২৯৮২২
চিৰকাল ৰাজ্যভোগ কৰিবে সম্প্ৰতি।
সদায়ে ধৰ্ম্মত তাৰ ভ্ৰমিবেক মতি ॥
দান ধৰ্ম্ম তপস্যাত নাহিকয় ৰতি।
যশস্যা শুচয় স্বৰ্গ নপাৱে সম্প্ৰতি ॥ ২৯৮২৩
বলৱন্ত ৰাজায়ে পীড়িবে কৰে মতি।
তাৰ অভিপ্ৰায় ৰাজা বুজিয়া সম্প্ৰতি ॥
দুৰ্গম স্থানক পাচে কৰিবে আশ্ৰয়।
যেনমতে শত্ৰুৱে লঙ্ঘিবে নপাৰয় ॥ ২৯৮২৪
উচ্চত কৰিয়া গড় বান্ধিব যতনে।
তাহাত প্ৰবেশ হৈব সখা পৰিজনে ॥
পথকো দুৰ্গম কৰিবেক আতিশয়।
পৰজনে কদাপি চলিতে নপাৰয় ॥ ২৯৮২৫
যথাত আছয় দুৰ্গ ৰাজা জিজ্ঞাসিব।
ধনী বলৱন্ত সব তাতে নিয়োজিব।
দেশ সুজনক নিয়া তথাতে বৈসাব।
পুনঃ পুনঃ শাস্ত্ৰ বাক্য নৃপতি বুলিব ॥ ২৯৮২৬
অসংখ্য ভাণ্ডাৰ তৈতে কৰিব যতনে।
ধন ধান্য তৈকে নিয়া ভৰাইব তেখনে ॥
নিবে নপাৰিয়া যিটো শস্যগণ থাকে।
শত্ৰুৰূপ কৰি ৰাজা মানিবেক তাকে ॥ ২৯৮২৭
ক্ষেত্ৰত থাকয় যদি শস্য সমস্তয়।
তাকো নষ্ট কৰিবেক ৰাজা মহাশয় ॥
নদীসব বান্ধি জন বৈসাইবে তথা।
জল দুৰ্গ প্ৰধান কহিলো ইটো কথা ॥ ২৯৮২৮
সেহি জলে পৰিখাৰ কৰিবে পূৰণ।
যাইবে যেবে নপাৰয় তাত একোজন ॥
আতি বুদ্ধিমন্ত ৰাজা থাকয় যিজন।
পৰহিত কাৰ্য্য নষ্ট কৰাবে সিজন ॥ ২৯৮২৯
অৰণ্য দুৰ্গত যদি মনে পাৱে ভয়।
তাহাৰ উপায় কহো শুন মহাশয় ॥

ক্ষুদ্ৰ বৃক্ষ যত আছে মূলক হেৰিল।
পূজনীয় বৃক্ষচয় যতনে ৰাখিব ॥ ২৯৮৩০
বৰ বৰ বৃক্ষচয় আছয় যতেক।
তাহাৰ সকল শাখাগণ ছেদিবেক ॥
সুন্দৰ কৰিয়া স্থান কৰাইবে নৃপতি।
যেন নিজ সৈন্যে কৰিবাক পাৰে গতি ॥ ২৯৮৩১
দ্বাৰ পুৰগণ সবে কৰিব সঙ্কট।
লঙ্ঘিতে নপাৰে যেন দেখিতে প্ৰকট ॥
সদা দ্বাৰ পুৰ ৰাজা কৰিবে এনয়।
তেবেসে শত্ৰুত হন্তে নাহিকয় ভয় ॥ ২৯৮৩২
দ্বাৰে নিয়োজিয়া থৈবে বহু যন্ত্ৰচয়।
একো যন্ত্ৰে যেন শত লোক নষ্ট হয় ॥
প্ৰযত্নে ৰাখিব যেন শত্ৰুৱে নপাৰে।
সময়ত আত্ম-সৈন্য মাৰিবাক পাৰে ॥ ২৯৮৩৩
বৰ বৃক্ষগণ আনি প্ৰস্থতে থৈবেক।
বগৰাইলে যেন প্ৰাণী মৰয় শতেক ॥
থানে থানে গৰ্ত্তচয় খনন কৰিব।
সুতীক্ষ্ণ শূলক নিয়া তাতে নিয়োজিব ॥ ২৯৮৩৪
তৃণেৰে নিৰ্ম্মিত যত থাকে গৃহগণ।
পঙ্ক আনি তাক ৰাজা কৰাইব লেপন ॥
গৃহে তৃণগণ আনি থৈয়া আছে যত।
বেলেগাই থৈবে চৈত্ৰে অগ্নিৰ ভয়ত ॥ ২৯৮৩৫
যদি শত্ৰুভয় আসি হোৱে উপস্থিত।
দিবা নকৰিবে পাক ৰাত্ৰিসে উচিত ॥
দিবসত অগ্নি ৰাজা সদা নিষেধিব।
হৱনৰ অগ্নিমাত্ৰ কেৱলে থাকিব ॥ ২৯৮৩৬
কমাৰশালৰ অগ্নি ৰাখিব যতনে।
গৃহ অভ্যন্তৰে নথৈবেক একোজনে ॥
দিবসত বহ্নিক জালয় যিটো প্ৰাণী।
তাক ধৰি নৃপতিয়ে দণ্ডিবেক আনি ॥ ২৯৮৩৭

ভিক্ষুক কুলাল উনমত্ত দুষ্টচিত্ত।
ৰাজগৃহে ইহাক নথৈবে কদাচিত ॥
বাহিৰ কৰিয়া তাক নিৰ্ব্বন্ধি থৈবেক।
জানা নৃপতিৰ দোষচয় গুচিবেক ॥ ২৯৮৩৮
বাহিৰত যিবাজন থাকিব সম্প্ৰতি।
তীৰ্থে পঠাইবাক যাক দেখয় যুগুতি ॥
সভামধ্যে থাকিবাৰ দেখয় উচিত।
শয়ন স্থানক যাইবে হোৱয় বিহিত ॥ ২৯৮৩৯
হেন বৰ্ণ চাই চৰ লৈবেক নৃপতি।
সেহিটো ৰাজাক আৰে নপাৰে দুৰ্গতি ॥
নিৰ্ম্মিবেক ৰাজপথ বহল কৰিয়া।
ছল বুজি হাট ঘাট থৈবে নিয়োজিয়া ॥ ২৯৮৪০
অৰ্থৰ ভাণ্ডাৰ আয়ুধৰ গৃহগণ।
গৃহ কৰি প্ৰযত্নে ৰাখিবে যোদ্ধাগণ ॥
অশ্বশালা গজশালা কৰাইব যিথানে।
যেন তাসম্বাৰ বল বাঢ়ে অনুক্ষণে ॥ ২৯৮৪১
পৰিখাসকল বৃত্তি কৰিব সততে।
সেতুসব নিয়োজিব কৰি ভালমতে ॥
পৰম পীড়াত যিটো থাকে ৰাজাগণ।
অৰ্থচয় সাঞ্চিবেক কৰিয়া যতন ॥ ২৯৮৪২
ঘৃত মধু তৈল যে ঔষধ যত যত।
অন্য তৃণগণক ৰাখিবে স্বভাৱত ॥
শুখান কাষ্ঠক কৰিবেক সঞ্চয়ন।
স্বভাৱে ৰাখিব ৰাজা আৰো কুশ বন ॥ ২৯৮৪৩
অস্ত্ৰ শস্ত্ৰগণক পাৱয় যত যত।
সাঞ্চিবেক যুদ্ধৰ সম্ভাৰ অপৰ্য্যন্ত ॥
যিবা বস্তু পাৱে ৰাজা সাঞ্চিবে তেখন।
সকলো ঔষধি আৰ ফল মূলগণ ॥ ২৯৮৪৪
চাৰিবিধ বৈদ্য লৈবেক মহামানী।
তেবে আয়ুষ্মন্ত লোক নহৈবেক হানি ॥

নৰ-বৈদ্য অশ্ব-বৈদ্য হস্তী-বৈদ্য আৰ।
গো-বৈদ্য সমে চাৰি বৈদ্য সাৰে সাৰ ॥ ২৯৮৪৫
নট যে নৰ্ত্তকীগণ বৰ বৰ মানে।
মায়াবী মনুষ্যসব লৈব ভাল মানে ॥
ৰাজকৰ্ম্ম সততে সাধয় যিটোজন।
অৰ্থ দিয়া ৰাজা তাক কৰিব পূজন ॥ ২৯৮৪৬
ব্ৰাহ্মণক নেদে দান নমানে দেৱক।
মৃদুভাৱ কৰি তাৰ মুখে নাসে বাক্য ॥
অৰ্থ লোভে সদা সিটো প্ৰাণীক হিংসয়।
ছল পাইলে কদাচিতো মৰাইবে খোজয় ॥২৯৮৪৭
হেনসে জনক ৰাজা নথৈবে সঙ্গত।
তাৰ দোষে নৃপতিৰ ধৰ্ম্ম হোৱে হত ॥
যদি পুৰাতন ভৃত্য আউৰ মন্ত্ৰীত।
এসম্বাত হন্তে ভয় মিলয় মনত ॥ ২৯৮৪৮
উপায় কৰিয়া তাক কৰিবে অধীন।
যথাযোগ্য অৰ্থ দিয়া পূৰিবেক মন ॥
অনেক সান্ত্বনা বাক্য বুলিব যুগুতি।
আপুনিয়ো তুচ্ছ হৈয়া বুজিবেক মতি ॥ ২৯৮৪৯
তভো যদি তাৰ চিত্ত নেদেখয় ভাল।
তাক বধি নৃপতিয়ে গুচাবে জঞ্জাল ॥
আৰো নৃপতিৰ কিছো কহিবো লক্ষণ।
যাক যাক প্ৰযত্নে ৰাখিবে ৰাজাগণ ॥ ২৯৮৫০
আপুনাক ৰাজায়ে ৰাখিবে সৰ্ব্বক্ষণে।
অমাত্যগণক সদা ৰাখিবে যতনে ॥
ভাণ্ডাৰক দণ্ডক ৰাখিবে নৰেশ্বৰে।
মিত্ৰক ৰাখিবে যেন চিত্ত নিবিগৰে ॥ ২৯৮৫১
সকলো জনক সদা ৰাখিবে সততে।
আপুন নগৰ ৰাখিবেক ভালমতে ॥
এহি সপ্তাত্যেক ৰাজ্য জানা যুধিষ্ঠিৰ।
আক ৰক্ষা কৰে যিটো নৃপতি সুধিৰ ॥ ২৯৮৫২

আৰো ছয়গোটা গুণ কহো নৃপতিৰ।
সাবধান মনে আক শুনা যুধিষ্ঠিৰ ॥
বসিবাৰ অৰ্থে ৰাজা কৰাবে আসন।
সদায়ে কৰিব তাত অনু যে সন্ধান ॥ ২৯৮৫৩
পথত চলন্তে ৰাজা ফুৰিবে যতনে।
যেন পীড়' কৰিতে নপাৰে শত্ৰুজনে ॥
শত্ৰুদত্ত আসনৰ লৈয়া অনুমান।
তেবে নৃপতিয়ে আৰোহিব সেহি যান ॥ ২৯৮৫৪
যুদ্ধক সমুখে চলে যিবা ৰাজাগণ।
বলৱন্ত বাজী সঙ্গে লৈব বহুজন ॥
অন্যজন সকলৰ জিজ্ঞাসিবে মন।
দ্বিধাভাৱ নোহে যেন কৰিব যতন ॥ ২৯৮৫৫
যেবে নৃপতিৰ সৰ্ব্বকাৰ্য্য সিদ্ধি হয়।
ৰহিবে লাগিলে কোষ্ঠ কৰিবে আশ্ৰয় ॥
এহি ষড় গুণ মই কৈলো ভিন্নে ভিন্ন।
কহিবো ত্ৰিবৰ্গ যুধিষ্ঠিৰ দিবা মন ॥ ২৯৮৫৬
ধৰ্ম্ম অৰ্থ কাম আক কলিত নৃপতি।
বৃদ্ধি ক্ষয় বুজিয়া কৰিব যথামতি ॥
তিনিবৰ্গ সপ্তগুণ আৰো ষড়্গুণ।
ইহাক জানয় যিটো নৃপতি সুজন ॥ ২৯৮৫৭
সেহিটো পুৰুষ ব্যাঘ্ৰ ভুঞ্জিবে অৱনী।
কহিলো তোমাত ইটো কথা মহামানী ॥
স্বধৰ্ম্মে প্ৰজাক যিটো কৰে প্ৰতিপাল।
সেহি নৃপতিয়ে ৰাজ্য ভুঞ্জে চিৰকাল ॥ ২৯৮৫৮
প্ৰজা পালনত পৰে ধৰ্ম্ম নাহি আন।
অঙ্গিৰাৰ বাক্যে ৰাজা লৈয়োক প্ৰমাণ ॥
ধৰ্ম্ম কাৰ্য্য কৰি যিটো পালয় মেদিনী।
সেহিমতে ৰাজ্যৰ শালয় যত প্ৰাণী ॥ ২৯৮৫৯
সেহি নৃপতিৰ তপ ব্ৰত অনশন।
যজ্ঞ যজিবাৰ কিছো নাহি প্ৰয়োজন ॥

প্ৰজাৰ পালনে সব ধৰ্ম্ম সিদ্ধি পায়।
ইটো কথা তোমাসাত কহিলো বুজাই ॥ ২৯৮৬০
শুনা সৰ্ব্বজন ইটো কথা কচিকৰ।
শান্তিপৰ্ব্ব ৰাজধৰ্ম্ম পৰম সুন্দৰ ॥
ভীষ্ম সম ভকত নাহিকে একোজন।
তেন্তে বীৰ শয়নত কৰিছে শয়ন ॥ ২৯৮৬১
পহৰীয়াগণ দিয়া আছে যুধিষ্ঠিৰ।
হৃদয়ত কৃষ্ণক চিন্তন্ত বীৰবৰ ॥
অন্ন জল এৰিলেক ভোগ্ৰ মনুষ্যৰ।
হৃদয়ত দেখা দেন্ত প্ৰভু দামোদৰ ॥ ২৯৮৬২
ব্ৰহ্মানন্দ সুখে মজি থাকে গঙ্গাসুত।
শৰীৰৰ যত দুখ নকৰে ইঙ্গিত ॥
কৃষ্ণ যুধিষ্ঠিৰ ধনঞ্জয় বলিয়াৰ।
ভীমসেন সমে দুই মাদ্ৰীৰ কুমাৰ ॥ ২৯৮৬৩
এসম্বে সহিতে প্ৰতিদিনে যান্ত চলি।
ভীষ্মৰ চৰণে যাই কৰন্ত সেৱলি ॥
কৃষ্ণে সমে মাটিত চৌপাশে থাকে বসি।
যুধিষ্ঠিৰে ৰাজনীতি পোছন্ত হৰিষি ॥ ২৯৮৬৪
সেহিটো সম্বাদ ইটো পৰম পবিত্ৰ।
বিশেষ বৈষ্ণৱ ইটো উত্তম চৰিত্ৰ ॥
ইহাত প্ৰৱেশ ভৈল যি জনৰ মতি।
কলুষ গুচিয়া সিটো শুদ্ধ ভৈল আতি ॥ ২৯৮৬৫
পঢ়ে বা পঢ়াৱে ইটো শুনে যত্ন কৰি।
পুৰুষ উদ্ধাৰি যায় আপুনি নিস্তৰি ॥
স্মৰে যিটো মহাভাৰতক একবাৰ।
আজন্মপ্ৰসূত পাপ থাকয় তাহাৰ ॥ ২৯৮৬৬
স্মৰণ মাত্ৰেকে সৰ্ব্ব পাপৰ নিৰ্য্যাণ।
শুখান তৃণক বহ্নি দহে যেন ঠান ॥
মহাপুণ্য পদ ইটো কথা ভাৰতৰ।
শ্ৰৱণে পলায় পাপ নিশেষ জন্মৰ ॥ ২৯৮৬৭
হেন জানি যতনে শুনিয়ো কৰ্ণভৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥ ২৯৮৬৮

---

যুগধৰ্ম্ম লক্ষণ

দুলড়ী

যুধিষ্ঠিৰ ৰায় ভীষ্মত দুনাই
পুছন্ত কৰি বিনয়।
দণ্ডনীতি দুই পুছিলন্ত ৰাজা
তাত কিবা সিদ্ধি হয় ॥
ইটো কথা যত কহা স্বৰূপত
মোত যদি দায়া আছে।
ৰাজাৰ বচনে গঙ্গাৰ নন্দনে
শুনি হাসিলেক পাচে ॥ ২৯৮৬৯
শুনা ধৰ্ম্মৰায় কহিবো বুজাই
যথা লোৰে মোৰ মতি।
মহা ভাগ্যচয় দণ্ডতে মিলয়
কহিবো তাক সম্প্ৰতি ॥
জানা স্বধৰ্ম্মত চৰিয়ো ৰণত
দণ্ড নিয়োজিব জানি।
যদি অধৰ্ম্মত দণ্ডকো নিযুক্ত
কৰে যিটো মহামানী ॥ ২৯৮৭০
পাপ হোৱে তাৰ কৈলো সাৰে সাৰ
বুজিবা ধৰ্ম্মনন্দন।
জানা প্ৰাণীচয় অধৰ্ম্মে নিচয়
কদাপি নকৰে মন ॥
যিটো ৰাজাগণে কৰে অনুক্ষণে
স্বধৰ্ম্মে দণ্ড নিশ্চয়।
সিজন ৰাজাৰ নিশ্চয় প্ৰজাৰ
কাতো হন্তে নাহি ভয় ॥ ২৯৮৭১
ক্ৰমে নৃপবৰে তিনিয়ো বৰ্ণত
দণ্ডিব যথা বিধানে।
তাহাৰ দেশৰ নিশেষ জনৰ
সুখে যায় সৰ্ব্বক্ষণে ॥

আৰো যুধিষ্ঠিৰ মোহোৰ উত্তৰ
তোমাত কহিবো মৰ্ম্ম।
দেখা চাৰি যুগ নোহয় স্বতন্ত্ৰ
ৰাজাসে যুগৰ ধৰ্ম্ম ॥ ২৯৮৭২
সত্য ত্ৰেতা আদি দ্বাপৰ যে কলি
ৰাজাসে যুগ কাৰণ।
নৃপতিত হন্তে যুগ প্ৰবৰ্ত্তয়
কহিলো সত্য বচন ॥
দণ্ডনীতি যিবা কালত নৃপতি
স্বধৰ্ম্মে আচৰি থাকে।
হবা ধৰ্ম্মৰাজ বুজিবাহা কাৰ্য্য
সত্যযুগ বোলে তাকে ॥ ২৯৮৭৩
সিটো সত্যযুগ হৈবে ধৰ্ম্মময়
অধৰ্ম্মনাহি কিঞ্চিত।
সকলো বৰ্ণৰ বুজিবা নৃপতি
অধৰ্ম্ম নাসে মনত ॥
যাগ যোগ ক্ষমা প্ৰবৰ্ত্তে প্ৰজাত
ইহাত নাহি সংশয়।
বৈদিক কৰ্ম্মত সদা হৈবে ৰত
তাত বিঘ্নি নুপজয় ॥ ২৯৮৭৪
দেখা ঋতু ছয় সৰ্ব্ব সুখে যায়
প্ৰাণীত নোহোবে ৰোগ।
হুইবেক প্ৰসন্ন সমস্তৰ মন
কিঞ্চিতো নাহিকে শোক ॥
সুকণ্ঠ হৈবেক নৰ নাৰী যত
সকলে জানিব নীতি।
বিধিয়ে বৰ্জ্জয় নোহে অল্পায়ুস
কলিৰ মৃত্যু সম্প্ৰতি ॥ ২৯৮৭৫
যত নাৰীচয় বিধৱা নহয়
দুখৰো নাহিকে লেশ।
কৃষি নকৰন্তে তথাপি পৃথক
ঔষধি হোৱে অশেষ ॥
ফল মূল যত ধান্য অপৰ্য্যন্ত
স্বভাৱে হোৱে নিতান্ত।

কেৱলে ধৰ্ম্মত প্ৰজা অনুৰক্ত
অধৰ্ম্ম নাসে মনত ॥ ২৯৮৭৬
স্বকী স্বকী থানে থাকি নৰগণে
ধৰ্ম্ম কৰে অসংখ্যাত।
সত্যযুগে ইটো ধৰ্ম্ম আচৰয়
কহিলো মই তোমাত ॥
যি কালত ৰাজা দণ্ডৰ নীতিক
এক অংশ ত্যাগ কৰে।
ইতিনি অংশক ৰাজায়ে প্ৰত্যেক
সততে যদি আচৰে ॥ ২৯৮৭৭
জানিবাহা তদা প্ৰবৰ্ত্তয় ত্ৰেতা
যুগৰ ধৰ্ম্ম মিলয়।
অধৰ্ম্মৰ চাৰি অংশৰ অংশেক
তাত আসি প্ৰৱেশয় ॥
হাল বাহনাদি শ্ৰম কৰিলেয়ো
তভো হোৱে সৈন্যগণ।
আৰৰ তোমাত কহিবো সাক্ষাত
দ্বাপৰ যুগ লক্ষণ ॥ ২৯৮৭৮
যি কালত ৰাজা অৰ্দ্ধেক নীতিক
ত্যাগ কৰি প্ৰবৰ্ত্তয়।
তাহাক দ্বাপৰ যুগ বলি কহে
জানা তুমি মহাশয় ॥
অধৰ্ম্মৰ দুই অংশ আসি তেবে
তথাত হোৱে প্ৰৱেশ।
কৃষ্ণক মনুষ্যে অতি শ্ৰম কৰি
শস্যক আৰ্জ্জে আশেষ ॥ ২৯৮৭৯
তথাপিতো অৰ্দ্ধ ফলক লভয়
জানাহা ধৰ্ম্মৰ সুত।
কণা মাত্ৰ ধৰ্ম্ম ৰহে অৱশিষ্ট
অধৰ্ম্ম বাঢ়ে বহুত ॥
যি কালে নৃপতি দণ্ড নীতি আদি
এৰি প্ৰবৰ্ত্তয় বলে।
হিংসা দ্বেষ কৰি প্ৰাণাক পীড়য়
তদা পাইলে কলিকালে ॥ ২৯৮৮০

অধৰ্ম্মত ৰত হোৱে লোক যত
ধৰ্ম্ম কৰে কদাচিত।
সকলো বৰ্ণৰ মন নিৰন্তৰ
ধৰ্ম্মতে হোৱে স্খলিত ॥
শূদ্ৰে পৰিচৰ্য্যা কৰি বিপ্ৰগণে
সততে বৃত্তি কৰিব।
শূদ্ৰৰ ঘৰত কৰি ভিক্ষাটন
তেবেসে বৃত্তি জন্মিব ॥ ২৯৮৮১
যাগ যোগ ক্ষমা গুচিবে সকল
বৰ্ণত হইবে সঙ্কৰ।
বৈদিক কৰ্ম্মত গুণ গুচিবেক
লুপ্ত হৈব নিৰন্তৰ ॥
ঋতু সকলৰ স্বভাৱ পূৰ্ব্বৰ
গুচিব জানা সমস্ত।
যিবা ঋতু যিবা শস্য উতপন্ন
তাত ৰোগ অপৰ্য্যন্ত ॥ ২৯৮৮২
নিঃশেষ জনৰ হৰ্ষ যে মনৰ
বাক্যৰ গুচিবে সুৰ।
জানা মনুষ্যত ৰোগ অপৰ্য্যন্ত
পীড়িবেক নিৰন্তৰ ॥
হুইব গতায়ুস অল্পতে মৰিব
বিধবা বহু হৈবেক।
স্বভাৱে প্ৰাণীত হিংসা প্ৰৱৰ্ত্তিব
সকলে হৈব ঘাতুক ॥ ২৯৮৮৩
জানা মনুষ্যৰ ৰস নিৰন্তৰ
সমস্ত হইবেক ছন্ন।
মনুষ্যৰ কেনে ৰসক বোলয়
তাহাৰ শুনা লক্ষণ ॥
শৃঙ্গাৰত যত বীৰ পুৰুষত
কৃপাত জন্ময় ৰস।
কৰয় অদ্ভুত কৰ্ম্মক যিজনে
তাহাৰ ৰস বিশেষ ॥ ২৯৮৮৪
আৰো কৌতুকত বীভৎস গানত
পৃথিবীৰ ৰসচয়।

জানা মহাশয় কহিলো নিশ্চয়
সমস্তে হইবেক ক্ষয় ॥
শুনা ধৰ্ম্মময় তোমাত নিশ্চয়
কহিলো নিষ্ট বচন।
সত্য আদি দেখা যুগ চতুষ্টয়
ৰাজাৰ জানা স্ৰজন ॥ ২৯৮৮৫
সত্য ধৰ্ম্ম যিটো ৰাজা প্ৰৱৰ্ত্তাৱে
স্বৰ্গ সুখ বহুতৰ।
ত্ৰেতা প্ৰৱৰ্ত্তক যিসব নৃপতি
তাহাৰ শুনা উত্তৰ ॥
তাৰতম্যে স্বৰ্গ ভোগক ভুঞ্জয়
দ্বাপৰ হেন নকয়।
কলি প্ৰৱৰ্ত্তক নৃপতিৰ কথা
শুনিয়ো আৰে নিশ্চয় ॥ ২৯৮৮৬
প্ৰজাৰ কল্মষে হৈব সিটো মগ্ন
যমে দণ্ডিবেক ধৰি।
হৰাইবে চেতনা ভুঞ্জাবে যাতনা
নৰকে থাকিব পৰি ॥
অমাত্যগণৰ এহি পটন্তৰ
পাপত যাইবে তল।
এতেকে তোমাত কহিলো সাম্প্ৰত
এহিটো কথা সকল ॥ ২৯৮৮৭
জীৱন্তে অকীৰ্ত্তি যাইবে চতুৰ্ভিতি
সুখৰ নাহিকে স্থিতি।
মিলে নানা ভয় আয়ু যায় ক্ষয়
বুজিবা এহিসে ৰীতি ॥
এতেকে নৃপতি আগে দণ্ডনীতি
সদায়ে লাগে শিখিত।
ব্যৱস্থাৰে লোক পালিবে সতত
সদা প্ৰৱৰ্ত্তাইবে নীত ॥ ২৯৮৮৮
ধৰ্ম্মে প্ৰজাগণ কৰিবে ৰক্ষণ
জানাহা ধৰ্ম্মতনয়।
মিলে পুণ্য যশ নিতে বাঢ়ে হৰ্ষ
অখণ্ড স্বৰ্গ লভয় ॥

শুনা নৰ নাৰী কথা পুণ্যকাৰী
শ্ৰৱণে পাপৰ ক্ষয়।
মহা পুণ্যতৰ কথা ভাৰতৰ
সাক্ষে পুণ্য অভ্যুদয় ॥ ২৯৮৮৯
হৰিচৰণত ভকতি সতত
মিলে হোৱে সৰ্ব্ব সিদ্ধি।
মনে যত মল গুচাৱে সকল
ই সে জানা নৱনিধি ॥
নপাতা জঞ্জাল পাইলে কলিকাল
ধৰ্ম্মত ভৈল বিঘাত।
অধৰ্ম্মে গ্ৰাসিল পাপে পৰ্য্যটিল
দেখিয়ো আক সাক্ষাত ॥ ২৯৮৯০
সদা বিষয়ত ভ্ৰমে মাত্ৰ চিত্ত
মুখত নাসয় নাম।
পুত্ৰ ভাৰ্য্যাচয় কুটুম্ব পোষয়
সদা চিন্তে এহি কাম ॥
অধৰ্ম্ম আচৰে হিংসা চুৰি কৰে
বেশ্যা কৰ্ম্মে কৰে ৰতি।
কামিনীত মন কৰে সৰ্ব্বক্ষণ
ধৰ্ম্মতো নাহিকে মতি ॥ ২৯৮৯১
বোলে মোত পৰ নাহি আন নৰ
ৰূপত নাহি সমান।
সম্প্ৰতি আগতে মৰয় সাক্ষাতে
দেখিয়ো নেদেখে কাণ ॥
ইহাত আসক্ত এৰিয়ো সতত
যমে আছে দণ্ড ধৰি।
জানা বুধ জন অল্পতে মৰণ
মিলিবেক ভজা হৰি ॥ ২৯৮৯২
হৰিৰ চৰণ চিন্তা সৰ্ব্বক্ষণ
আন চিন্তা পৰিহৰি।
মিলিবে ভকতি সাধিবাহা গতি
তেবেসে যাইবে নিস্তৰি ॥
কৃষ্ণে পিতা মাতা কৃষ্ণে গতি দাতা
কৃষ্ণে সংসাৰৰ সেতু।
কৃষ্ণৰ নামত সদা কৰি ৰতি
নামেসে তৰণ হেতু ॥ ২৯৮৯৩
দ্বিজ মহেশ্বৰে বোলে বাৰে বাৰে
ধৰিয়ো কৃষ্ণৰ নাম।
আপুনিয়ো তৰা কুলকো উদ্ধাৰা
ঘুষিয়োক ৰাম ৰাম ॥ ২৯৮৯৪

—*০*—

পদ

যুধিষ্ঠিৰে বোলে শুনা গঙ্গাৰ কুমাৰ।
পুছো আৰো কথা মোৰ সংশয় মনৰ ॥
ইদানিক ৰাজা প্ৰৱৰ্ত্তিব কেন নয়।
কোন সুখে থাকিবে নৃপতি সমস্তয় ॥ ২৯৮৯৫
হেন বাক্য শুনি পাচে গঙ্গাৰ নন্দন।
কহো এহি কথা যুধিষ্ঠিৰ দিবা মন ॥
বিংশতি ষোড়শ গুণ থাকিবে ৰাজাত।
তেবে নৃপতিৰ সুখ মিলে অসংখ্যাত ॥ ২৯৮৯৬
জানা নৃপতিয়ে ধৰ্ম্ম কৰিবে সতত।
যেন কটুবাক্য তাৰ নাসয় মুখত ॥
যিটো অৰ্থ দিয়া নৃপে ধৰ্ম্মক আৰ্জ্জিব।
সেহিটো অৰ্থত সদা মোহক বৰ্জ্জিব ॥ ২৯৮৯৭
প্ৰাণীসকলৰ কষ্ট নহৈবেক মন।
হেনসে প্ৰকাৰে ৰাজা আৰ্জিবেক ধন ॥
লোভ মোহ কাম ক্ৰোধ সদায়ে আবৃত।
তথাপি কিঞ্চিতো ৰাজা নহৈব উদ্ধত ॥ ২৯৮৯৮
সততে বুলিব আৰো প্ৰিয় বাক্যগণ।
মহা দানী মানী হৈব নহৈব কৃপণ ॥
সুৰ পৰাক্ৰমী ভাব হৈব নৃপতিত।
অকাৰ্য্যত নকৰিব তাহাক বিদিত ॥ ২৯৮৯৯
অপাত্ৰত নকৰিব দান বিতৰণ।
বহু বাক্য সদায়ে এৰিব নৃপগণ ॥

শান্তমূৰ্ত্তি দয়াযুক্ত হৈব মহাধীৰ।
কদাচিতো দয়াহীন নহৈব নিষ্ঠুৰ ॥ ২৯৯০০
মিত্ৰে নাচৰিব অসমৰ্থ নৃপতিত।
বন্ধুৰ অৰ্থক লৈবে নহৈবে উচিত ॥
ভক্ত চৰগণ নিয়োজিব ভাল চাই।
তাত হন্তে প্ৰাণী যেন পীড়াক নপাই ॥ ২৯৯০১
অৰ্থ নিদিবেক দুষ্টজনৰ হাতত।
ব্যাখ্যা নকৰিব জানা আপুন মহত ॥
সাধু সকলৰ ধন নলৈবে নিশ্চয়।
দুষ্টত শঠত আবে নঘটে আশ্ৰয় ॥ ২৯৯০২
সোধন্তে পোছন্তে থিৰ নোহে কদাচিত।
হেনয় জনক দণ্ড নোহয় উচিত ॥
জনসকলৰ যদি নপাৱয় আশ।
নকৰিব মন্ত্ৰণাক সততে প্ৰকাশ ॥ ২৯৯০৩
লুভীয়া জনক নথৈবেক ভাণ্ডাৰত।
পূৰ্ব্ব অপকাৰী বিশ্বাসৰ নোহে পাত্ৰ ॥
স্ত্ৰীত নকৰিব জানা অত্যন্ত বিশ্বাস।
আত হন্তে পুৰুষৰ নষ্ট হোৱে আশ ॥ ২৯৯০৪
যদি মিষ্ট অন্নক লভয় যথোচিত।
উদৰ পূৰিয়া নখাইবেক কদাচিত ॥
কামুক জনৰ ভাৰ্য্যা কৰিবে গোপন।
বিচাৰিত নিন্দা নহৈবেক কদাচন ॥ ২৯৯০৫
মান্য জন দেখি ৰাজা নহৈব তৱধ।
শীঘ্ৰ কৰি পূজিবেক নৃপতি প্ৰবুধ ॥
সদায়ে সেৱিব আত্মা গুৰু-চৰণত।
দম্ভ অহঙ্কাৰ মায়া হৈবেক বৰ্জিত ॥ ২৯৯০৬
শঠত নকৈব ৰাজা প্ৰিয় বাক্যগণ।
আগে ৰাখি পাচে ত্যাগ নকৰিব জন ॥
অনেক জিজ্ঞাসে প্ৰহাৰিবে অস্ত্ৰচয়।
শত্ৰুক মাৰণে জানা শোক নঘটয় ॥ ২৯৯০৭
অকাৰণে নৃপতিয়ে ক্ৰোধক বৰ্জিব।
পূৰ্ব্বশত্ৰু ভৈলে প্ৰিয় বাক্য সুবুলিব ॥
যদি মনে কল্যাণ বাঞ্ছস যুধিষ্ঠিৰ।
আপুনাৰ ৰাজ্য এহি স্বধৰ্ম্ম আচৰ ॥ ২৯৯০৮
আত কৰি অন্যথা প্ৰবৰ্ত্তে নৰপতি।
তাহাৰ সৰ্ব্বথা ভয় মিলিবে সম্প্ৰতি ॥
তোমাত কহিলো যিটো গুণ সমস্তয়।
এহি গুণে যিটো ৰাজাগণ প্ৰবৰ্ত্তয় ॥ ২৯৯০৯
ইহলোকে সৰ্ব্বসুখে ভুঞ্জিবেক সুখ।
পৰলোকে লভিবেক স্বৰ্গ মহাসুখ ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
ভীষ্মৰ শুনিলা হেন বাক্য মহাশয় ॥ ২৯৯১০
যুধিষ্ঠিৰ সমে পাণ্ডৱৰ পাঞ্চভাই।
ভীষ্মৰ চৰণে পৰি প্ৰণামিলা যাই ॥
সেহি আচৰণে পাচে আচৰিলা তথা।
পুনৰপি ভীষ্মত পুছিলা হেন কথা ॥ ২৯৯১১
যুধিষ্ঠিৰে বোলে শুনা শান্তনুনন্দন।
কোন কোন নিৰ্ব্বন্ধে ৰাখিব প্ৰজাগণ ॥
কোনমতে অপৰাধী নহৈব ধৰ্ম্মত।
যদি অনুগ্ৰহ আছে কহিয়োক মোত ॥ ২৯৯১২
যুধিষ্ঠিৰ বাক্য ভীষ্ম শ্ৰৱণে শুনিলা।
সংক্ষেপ কৰিয়া কথা কহিবে লাগিলা ॥
শুনা কুন্তীসুত ধৰ্ম্ম কহিবো শাশ্বত।
অত্যন্ত কৰ্ম্মক যেন লভিব গৃহত ॥ ২৯৯১৩
নানা ধৰ্ম্ম ভালমতে জানিবে সতত।
ব্ৰত উপবাসে যুক্ত বেদত পাৰ্গত ॥
এহি গুণযুক্ত দ্বিজ ভাল ভাল চাই।
গৃহে আনি নৃপতিয়ে অৰ্চ্চিবে সদায় ॥ ২৯৯১৪
দেখি গাৱ চালিবে প্ৰবুধ নৃপগণ।
চৰণৰ লৈব ধূলি কৰিয়া বন্দন ॥

এহিসে প্ৰকাৰে কৰ্ম্ম কৰিবেক যত।
সকল কাৰ্য্যত সঙ্গে লৈবে পুৰোহিত ॥ ২৯৯১৫
দ্বিজৰ লৈবেক হেন আশীষ বচন।
শাশ্বতিক ধৰ্ম্ম এহি কহিলো ৰাজন ॥
যিটো বুদ্ধিমন্ত ৰাজা হৈবেক সম্প্ৰতি।
অহিংসা কৰিয়া সদা কৰিবেক বৃত্তি ॥ ২৯৯১৬
কাম ক্ৰোধ লোভ মোহ হৈবেক বৰ্জ্জিত।
এহিমতে অৰ্থচয় লৈবেক ধৰ্ম্মত ॥
মোহাবৃত হুয়া অৰ্থ কৰয় গ্ৰহণ।
পৰম অজ্ঞানী সিটো কহিলো বচন ॥ ২৯৯১৭
যদি মূৰ্খ হোৱে আৰো হোৱয় কামুক।
পৰম নিৰ্দ্দয়ভাৱ লুব্ধ অতিৰেক ॥
যদি হেন জন কাৰ্য্যে কৰে নিয়োজন।
তাহাৰ অকীৰ্ত্তি বাঢ়ে লুপ্ত হৈব গুণ ॥ ২৯৯১৮
লোভাবিষ্ট নহৈবেক বুদ্ধিত পাৰ্গত।
নিযুক্ত কৰিবে হেন জনক কাৰ্য্যত ॥
অধৰ্ম্ম কৰিয়া যদি সাঞ্চে বহু ধন।
নোহে সদকাৰ্য্যে জয় কহিলো কাৰণ ॥ ২৯৯১৯
চোৰে বা ডকাইতে লুটে অগ্নিয়ে দহয়।
নতুবা অসন্ত জনে সদা কৰে ব্যয় ॥
এহিমতে অৰ্থ তাৰ হৈব সমাপতি।
তোমাৰ আগত কৈলো জানা মহামতি ॥ ২৯৯২০
সদায়ে অৰ্থত যিটো ৰাজা কৰে আশা।
জানিবাহা সিটো আপুনাক কৰে হিংসা ॥
অধৰ্ম্মে কৰক লই প্ৰজাক পীড়য়।
ৰাজ্য নষ্ট হোৱে আপুনিয়ো পাৱে ক্ষয় ॥ ২৯৯২১
ক্ষীৰ অৰ্থে পৰম অজ্ঞানী এক আসি।
ধেনুৰ ওচৰ চাপি চাহন্ত জিজ্ঞাসি ॥
ক্ষীৰৰ আশ্ৰয় স্থান এইৰ গুহাৰত।
আক কাটি লৈলে ক্ষীৰ লভিবো বহুত ॥ ২৯৯২২
আশাত থাকিয়া সিটো কাটিলেক পুনু।
ক্ষীৰো নষ্ট ভৈল পাচে মৰিলেক ধেনু ॥
এহিটো দৃষ্টান্ত জানা সিটো নৃপতিৰ।
স্বধৰ্ম্মত ৰাজ্যভোগ কৰা যুধিষ্ঠিৰ ॥ ২৯৯২৩
উপায়েৰে ভুঞ্জি ৰাজ্য ৰাখা প্ৰজাগণ।
ধৰ্ম্ম কৰ্ম্ম সিদ্ধি হোৱে বাঢ়ে বহুধন ॥
স্বধৰ্ম্মে পালয় প্ৰজা যিটো নৃপবৰ।
প্ৰজাৰ বাঢ়য় ধন ধান্য বহুতৰ ॥ ২৯৯২৪
যেন মালাকাৰে পুষ্প বাটিকা পাতয়।
তাহাৰ তলক সদা সুন্দৰ কৰয় ॥
ৰৌদ্ৰে পীড়িলেক জল ঢালয় মূলত।
বিচাৰি মাৰয় কীট পাৱে যত যত ॥ ২৯৯২৫
সুন্দৰ পুষ্পিত ভৈলে পুষ্পক ছিণ্ডয়।
মুদ্ৰিত কলিকাগণ হস্তে নপৰ্শয় ॥
মালী যেন নানাভাবে পুষ্পক পালয়।
প্ৰজা পালনত ৰাজা হুইবে হেন নয় ॥ ২৯৯২৬
যিটো প্ৰাণীগণ জানা পৰয় দোষত।
তাহান সম্বন্ধে হৈব হুতাশন মত ॥
যদি এহিমতে ৰাজা পালয় সৰ্ব্বথা।
তাহাৰ পুণ্যৰ আৰে কি কহিবো কথা ॥ ২৯৯২৭
পৰচক্ৰাগমে যদি ক্ষয় হোৱে ধন।
যেন অৰ্থে উপাৰ্জ্জিব শুনিয়ো লক্ষণ ॥
ব্ৰাহ্মণত বাজে ধনী আছে যিবা জন।
তাহাক আনিয়া সাম্য বুলিবে বচন ॥ ২৯৯২৮
এহিমতে অৰ্থ উপাৰ্জ্জিবে যথোচিত।
ব্ৰাহ্মণত লৈবে নভাবিবে কদাচিত ॥
বিপ্ৰত লোৱয় অৰ্থ যিটো মন্দমতি।
কাৰ্য্য নষ্ট হোৱে তাৰ বাঢ়য় বিপত্তি ॥ ২৯৯২৯
এতেকে বিপ্ৰক দান কৰিবে সদায়।
মিলে সৰ্ব্বসুখ পৰলোকে স্বৰ্গ পায় ॥

এহি ধৰ্ম্মে প্ৰজাক পালিবা যুধিষ্ঠিৰ।
ধৰ্ম্ম সিদ্ধি হৈবে যশ বাঢ়িব প্ৰচুৰ ॥ ২৯৯৩০
প্ৰাণীসকলত দায়া ৰাখিবা সতত।
তেবেসে তোমাৰ সিদ্ধি হৈবে অভিমত ॥
আতপৰে ধৰ্ম্ম জানা নাহিকে ৰাজাৰ।
তোমাৰ আগত মই কৈলো সাৰে সাৰ ॥ ২৯৯৩১
ভয় হন্তে প্ৰাণীক নকৰে পৰিত্ৰাণ।
সিটো নৃপতিৰ নৰ্ক কল্পশত মান ॥
নিৰ্ভয়ে প্ৰাণীক ৰক্ষা কৰে নৃপবৰ্গ।
পৰলোকে ভুঞ্জে সিটো অখণ্ডিত স্বৰ্গ ॥ ২৯৯৩২
ব্ৰত উপবাসে যজ্ঞ তপে যত ফল।
প্ৰজা পালনত ৰাজা লভয় সকল ॥
অৰাজক দেশ ভৈলে ধৰ্ম্ম নঘটয়।
ধৰ্ম্মিষ্ঠ নৃপতি হৈলে সৰ্ব্বসিদ্ধি হয় ॥ ২৯৯৩৩
এতেকে লৈবেক ৰাজা পুৰোহিত চাই।
ধৰ্ম্মাধৰ্ম্ম জানিব শাস্ত্ৰৰ অভিপ্ৰায় ॥
অধৰ্ম্মত নৃপতিৰ নযাইবেক মন।
যেন ধৰ্ম্ম আচৰি থাকয় সৰ্ব্বক্ষণ ॥ ২৯৯৩৪
যিটো পুৰোহিতে আক কৰিবে পাৰয়।
হেন পুৰোহিত ৰাজা লৈবেক নিশ্চয় ॥
কহো ইতিহাস আক শুনা যুধিষ্ঠিৰ।
যেহেন সম্বাদ বায়ু ঐল নৃপতিৰ ॥ ২৯৯৩৫
ঐল বোলে বায়ু মোত কহিয়ো কাৰণ।
কৈৰ হন্তে চাৰি বৰ্ণ ভৈল উতপন্ন ॥
কৰ্ম্মৰ মধ্যত কাক শ্ৰেষ্ঠ বুলি কয়।
ইহাক কহিয়া মোৰ গুচায়ো সংশয় ॥ ২৯৯৩৬
হেন শুনি বায়ু পাচে বুলিলা বচন।
ঈশ্বৰৰ মুখহন্তে জন্মিলা ব্ৰাহ্মণ ॥
বাহুহন্তে ক্ষত্ৰিয়সকল ভৈলা জাত।
উৰুহন্তে বৈশ্যসব জন্মিলা সাক্ষাত ॥ ২৯৯৩৭
ই তিনি বৰ্ণৰ পৰিচৰ্য্যাৰ কাৰণে।
শূদ্ৰসব ভৈলা জাত জানিবা চৰণে ॥
সকলো প্ৰাণীৰ ধৰ্ম্ম বৈবাৰ কাৰণে।
এতেকে বিপ্ৰক স্ৰজিলন্ত নাৰায়ণে ॥ ২৯৯৩৮
দণ্ড ধৰি ক্ষত্ৰিয়ে জানাহা পৃথিৱীত।
ৰক্ষা কৰি প্ৰাণীক কৰিবে নিয়মিত ॥
এহিসে কাৰণে ভৈলা জন্ম ক্ষত্ৰিয়ৰ।
কহিলো তোমাত মই ঐল নৃপবৰ ॥ ২৯৯৩৯
তিনিয়ো বৰ্ণক দিবে ধন ধান্যচয়।
এহিসে বৈশ্যৰ ধৰ্ম্ম কহিলো নিশ্চয় ॥
পৰিচৰ্য্যা কৰিবে শূদ্ৰৰ এহি ধৰ্ম্ম।
পূৰ্ব্বে ব্ৰহ্মাদেৱে আক কৰিছে নিয়ম ॥ ২৯৯৪০
পুনু ঐল বদতি শুনিয়ো তুমি বায়ু।
পুছো আৰো কথা কহা জগতৰে আয়ু ॥
ব্ৰাহ্মণ ক্ষত্ৰিয় দেখো দুই বৰ্ণ আৰ।
ৰত্নগৰ্ভা বসুমতী হুইবেক কাহাৰ ॥ ২৯৯৪১
বায়ু বোলে শুনা আবে ৰাজা মহামতি।
এহিটো সঙ্কেত কথা কহিবো সম্প্ৰতি ॥
জ্যেষ্ঠ সদকুলে জাত ভৈলেক ব্ৰাহ্মণ।
কহিয়া আছয় আক ধৰ্ম্ম-জ্ঞানীগণ ॥ ২৯৯৪২
এতেকে জগতে দ্ৰব্য আছে যত যত।
তাৰ অধিকাৰী বিপ্ৰ জানা স্বভাৱত ॥
তেবে জানা বিপ্ৰে যিটো কৰয় ভোজন।
নিবাস কৰিবে লাগি লোৱে যিটো স্থান ॥ ২৯৯৪৩
যিটো দ্ৰব্যগণক দিবয় নিৰন্তৰ।
পৰস্ব নহয় সিটো জানা নৃপবৰ ॥
যাতো জ্যেষ্ঠ হুয়া জন্ম ধৰি আছে শ্ৰেষ্ঠ।
সকলো বৰ্ণৰ গুৰু হুয়াছে বিশিষ্ট ॥ ২৯৯৪৪
এতেকে নভৈল জানা স্বভাবে নৃপতি।
কহিলো তোমাত মই যথা লৱে মতি ॥

স্বামীৰ বিয়োগে যেন যোষিতসকলে।
দেৱৰক স্বামী কৰি থাকে কৌতূহলে ॥ ২৯৯৪৫
হেনসে প্ৰকাৰে জানা বুজিবা নৃপতি।
ক্ষত্ৰিয়ক স্বামী কৰি লৈলা বসুমতী ॥
এহিসে প্ৰথম কল্প কহিলোহো মই।
আৰো কিছো কহো শুনা নৃপ মহাশয় ॥ ২৯৯৪৬
যদি মনে বাঞ্ছা কৰা স্বৰ্গ যশস্যাক।
তাহাৰ উপায় কহো শুনা মোৰ বাক ॥
শাস্ত্ৰক জানিবা আৰো হৈবা সদাচাৰ।
হেনসে বিপ্ৰক তুমি কৰিয়া বিচাৰ ॥ ২৯৯৪৭
যথোচিত ভূমি বিধিৱতে কৰা দান।
যশস্যা বাঢ়িব আত পাইবা স্বৰ্গথান ॥
ৰাজাৰ সঙ্গত যিটো থাকয় ব্ৰাহ্মণ।
স্বধৰ্ম্মী হৈবেক সদা মধুৰ বচন ॥ ২৯৯৪৮
সদায়ে অৰ্থত আশা হুইবেক বৰ্জ্জিত।
কৰ্ম্মক জানিবা আৰে হুইবেক বিনীত ॥
হেনয় ব্ৰাহ্মণে জানা নৃপতিক পাই।
বুদ্ধি অনুসাৰে ধৰ্ম্ম প্ৰবৰ্ত্তাইবে যাই ॥ ২৯৯৪৯
সিটো নৃপতিৰ সৰ্ব্ব কাৰ্য্য পৰিপূৰ্ণ।
সেহিসে পণ্ডিত ৰাজা বাঢ়িব কল্যাণ ॥
ক্ষত্ৰিয়ৰ ধৰ্ম্মে যত হুইবেক সম্প্ৰতি।
ব্ৰাহ্মণে দেখাইবে ধৰ্ম্ম কৰিব নৃপতি ॥ ২৯৯৫০
সিটো জ্ঞানৱন্ত যশ থাকে পৃথিৱীত।
সমে ফল ভোগ কৰে ৰাজা পুৰোহিত ॥
ৰাজাক দেখিয়া প্ৰজা ধৰ্ম্ম আচৰয়।
সেহি ধৰ্ম্ম ৰাখিবে নৃপতি মহাশয় ॥ ২৯৯৫১
সিটো ধৰ্ম্ম চতুৰ্থ ভাগৰ ভাগ এক।
অৱশ্যে জানিবা তাক ৰাজা লভিবেক ॥
দেৱগণ পিতৃসব আৱৰ মানুহ।
গন্ধৰ্ব্ব কিন্নৰ সৰ্প জানাহা ৰাক্ষস ॥ ২৯৯৫২
যজ্ঞে মাত্ৰ জীৱন জানিবা সবাহানে।
আমাৰ বচনে ৰাজা বুজিবা প্ৰমাণে ॥
এহি ধৰ্ম্ম ৰাজায়ে ৰাখিব ভালে ভালে।
সিটো নৃপতিৰ সুখ যায় সৰ্ব্বকালে ॥ ২৯৯৫৩
উষ্ণকালে সুখ বৃক্ষছায়া আৰো জল।
বতাস লাগিলে গাৱ কৰয় শীতল ॥
শীতকালে সুখ নাই অগ্নিৰ সমান।
সূৰ্য্যতাপে মন জানা হোৱয় প্ৰসন্ন ॥ ২৯৯৫৪
নানা ছন্দে শব্দ কৰি গাৱে নানা গীত।
সুন্দৰী ৰমণী নাৰী স্পৰ্শে শৰীৰত ॥
পৰম শোভন ৰূপ ভৈলেক যাহাৰ।
মনোহৰ গন্ধে মন মোহয় সবাৰ ॥ ২৯৯৫৫
সদায়ে প্ৰাণীৰ মন ৰময় সবাত।
ভোগত মিলয় জানা সুখ অসংখ্যাত ॥
তাতে যদি আসি ভয় হোৱে উপস্থিত।
ইসবৰ ভোগে সুখ নলভে কিঞ্চিত ॥ ২৯৯৫৬
এতেকে অভয় দান সবাতে বিশিষ্ট।
প্ৰাণদান সম দান নাহিকে গৰিষ্ঠ ॥
তিনিয়ো লোকত দান নাহি আতপৰ।
কহিলো তোমাত মই ঐল নৃপবৰ ॥ ২৯৯৫৭
ইন্দ্ৰ ধৰ্ম্ম যমৰ ধৰিবে ৰাজনয়।
সকলো কহিলো আক জানা মহাশয় ॥
ভীষ্মে বোলে নাতি তুমি শুনা যুধিষ্ঠিৰ।
কহিলো সম্বাদ বায়ু-ঐল নৃপতিৰ ॥ ২৯৯৫৮
আত অনন্তৰে কথা শুনা ধৰ্ম্মৰায়।
পূৰ্ব্বাপৰ কথা মই কহিবো বুজাই ॥
পুৰোহিত ৰাজা সঙ্গে থাকিবে লাগয়।
বহুশাস্ত্ৰ জানিবে ধৰ্ম্মৰ পৰিচয় ॥ ২৯৯৫৯
ৰাজাৰো সেহিসে গুণে হুইবেক কুশল।
দেৱ পিতৃ সদায়ে অৰ্চ্চিব অবিকল ॥

ব্ৰাহ্মণে ৰাজায়ে পৰস্পৰে দুয়োজনে।
সমবুদ্ধি সুহৃদ হুইবেক সৰ্ব্বক্ষণে ॥ ২৯৯৬০
বিপ্ৰ ক্ষত্ৰিয়ক ৰাজা মানিবে সদায়।
তেবেসে দেশৰ জানা সৰ্ব্বসুখে যায় ॥
অপমান কৰিলেহে প্ৰলয় মিলয়।
জানিবা নিশ্চয় প্ৰজাগণ হৈবে ক্ষয় ॥ ২৯৯৬১
সকলো বৰ্ণৰ মূল ক্ষত্ৰিয় ব্ৰাহ্মণ।
কহিবো তোমাত মই ইহাৰ কাৰণ ॥
ঐল নৃপতিৰ আৰো কাশ্যপ মুনিৰ।
কহিবো সম্বাদ ৰাজা শুনা যুধিষ্ঠিৰ ॥ ২৯৯৬২
ঐলে বোলে শুনিয়ো কাশ্যপ ব্ৰহ্মঋষি।
পুছো এক কথা মোত কহিয়ো হৰিষি ॥
যি কালত দ্বিজে ত্যাগ কৰে ক্ষত্ৰিয়ক।
ক্ষত্ৰিয়ে এৰয় যিকালত ব্ৰাহ্মণক ॥ ২৯৯৬৩
ক্ষত্ৰিয় বিয়োগে প্ৰজা ভজিবেক কাক।
বৰ্ণাদি সকলে গুৰু মানিবে কাহাক ॥
এহি বাক্য শুনি পাচে কাশ্যপ বদতি।
একচিত্তে শুনিয়ো নৃপতি মহামতি ॥ ২৯৯৬৪
বিপ্ৰক নৃপতি যদি বিৰোধ কৰয়।
নিশ্চয়ে কহিলো জানা ৰাজ্য নষ্ট হয় ॥
ৰাজপুত্ৰসব নীতিশাস্ত্ৰত বৰ্জ্জিত।
নিষেধ হৈবেক দেৱপূজা যজ্ঞ যত ॥ ২৯৯৬৫
মহা ভাগ্যৱন্ত যিটো নৃপতি থাকয়।
তাক জিনি সিটো ৰাজ্য লভয় নিশ্চয় ॥
যদি বিপ্ৰে নৃপতিসবক ত্যাগ কৰে।
শুনিয়ো বৃত্তান্ত কহো আত অনন্তৰে ॥ ২৯৯৬৬
তেবেসে আসিয়া পাৰে ডকাইত প্ৰচণ্ড।
ব্ৰাহ্মণক ধৰিয়া কৰয় ৰণ্ডভণ্ড ॥
এতেকে জানিবা দুইৰো দুয়েসে ৰক্ষক।
সম্মিলনে বাঢ়ে শ্ৰী লভে যশস্যাক ॥ ২৯৯৬৭
উভয় যে মৈত্ৰতা ভাগয় কদাচিত।
তেখনে হোৱয় দুয়ো সম্পদ বৰ্জ্জিত ॥
ভগ্ন নৌকা লৈয়া যিটো অজ্ঞ নৰচয়।
অগাধ জলত পাৰ লভিবে খোজয় ॥ ২৯৯৬৮
পাৰক নপাৱে সিটো জানিলা নিশ্চয়।
মৰণ সমান কৰি লাভমাত্ৰ ভয় ॥
দ্বিজৰ ৰাজাৰ এহিমতে নাহি সিদ্ধি।
জানিবাহা দুইৰো সদা বক্ৰ ভৈলা বিধি ॥ ২৯৯৬৯
চাৰিয়ো বৰ্ণৰ এবে মিলয় বিপত্তি।
ক্ৰমে ক্ৰমে প্ৰজা ক্ষয় লভিব সম্প্ৰতি ॥
যিটো জ্ঞানী নৃপতিয়ে বিপ্ৰক সতত।
যত্নে ৰক্ষা কৰি পূজা কৰে নানা মত ॥ ২৯৯৭০
সিটো নৃপতিয়ে সদা সুখে মগ্ন হয়।
তাহাৰ দেশত সদা পাপ বৰিষয় ॥
ব্ৰাহ্মণৰ আচাৰ সমস্তে নষ্ট হয়।
সকলে হোৱয় নষ্ট বেদ নপঢ়য় ॥ ২৯৯৭১
আত হন্তে অদ্ভুত মিলয় নৰেশ্বৰ।
মহত বৃষ্টিক মেঘে কৰে নিৰন্তৰ ॥
স্ত্ৰী ব্ৰাহ্মণক মাৰে যিটো পাপীচয়।
ৰাজাৰ সভাত সিয়ো প্ৰশংসা লভয় ॥ ২৯৯৭২
বিপ্ৰৰ বিয়োগে দণ্ড কৰিতে নপাৰে।
আত হন্তে ৰাজা ভয় লভে সাৰে সাৰে ॥
পাপী যদি পাপক কৰন্ত আচৰণ।
হিংসাৰূপ ৰুদ্ৰ তাত হোৱে উতপন্ন ॥ ২৯৯৭৩
সাধু যে অসাধু লোক আছে যত যত।
সেহি ৰুদ্ৰে হিংসাক কৰয় নানামত ॥
ঐলে বোলে গুৰু মোত কহিয়ো স্বৰূপ।
কেনে জন্মিলন্ত ৰুদ্ৰ তাৰ কিবা ৰূপ ॥ ২৯৯৭৪
মনুষ্যেৰে কেনমতে মাৰয় মনুষ্য।
ইটো কথা গুৰু মোত কহিয়ো অৱশ্য ॥

মনুষ্যৰ হৃদয়ত যিটো অহঙ্কাৰ।
তাত হন্তে জন্মে রুদ্র কহিলোহো আৰ ॥ ২৯৯৭৫
সেহি রুদ্রে জানা আপুনাক কৰে নষ্ট।
পৰক হিংসয় আৰে দেয় মহাকষ্ট ॥
বায়ু হন্তে যেন মহা উৎপাত মিলয়।
হেনসে স্বৰূপ রুদ্র বুজিবা প্রত্যয় ॥ ২৯৯৭৬
মেঘে যেন বৰিষে ধৰিয়া নানা বৰ্ণ।
জানা ৰাজা রুদ্রৰ বুজিবা সেহি ঠান ॥
পুনৰপি ঐল নিগদতি কাশ্যপত।
সংশয় জন্মিল আসি মোহোৰ মনত ॥ ২৯৯৭৭
উৎপাতিক বায়ু যাই এক প্রদেশত।
প্রচণ্ড বৃষ্টিক মেঘে কৰে সেহিমত ॥
সেহিসে প্রকাৰে আৰে দেখো মনুষ্যত।
কাম ক্রোধ কতো বন্ধ কতো হোৱে মুক্ত ॥২৯৯৭৮
হেন যদি প্রশ্ন শুনিলেক প্রজাপতি।
কহিবে লাগিল ঐল নৃপতিক মাতি ॥
যেন এক গৃহে বহ্নি লাগিলেক প্রায়।
যিমতে সকল গ্রাম পুৰি কৰে ছাই ॥ ২৯৯৭৯
সেহিমতে রুদ্রদেৱে চুৰ্ত্তি কৰে হত।
পাপৰ পুণ্যৰ ৰাজা জানা সেহিমত ॥
পুনৰ্ব্বাৰ ঐলে বোলে কাশ্যপক চাই।
আৰো কথা পুছো মোত কহিয়ো বুজাই ॥২৯৯৮০
যিটো জনে কৰে পাপ সম্ভৱ সঙ্গত।
তাহাক দণ্ডিবে যিটো নৃপতি মহন্ত ॥
দুইকো ধৰি আনি কেনে নৃপতি দণ্ডয়।
ইহাক কহিয়া মোৰ গুচায়ো সংশয় ॥ ২৯৯৮১
কাশ্যপে বোলয় শুনা কহিবো কাৰণ।
শুখানৰ লাগে বহ্নি দহে কেঞ্চা বন ॥
পাতকীৰ সঙ্গত সাধুক দোষে পায়।
দুষ্ট সঙ্গে এতেকে সাধুক পীড়া যায় ॥ ২৯৯৮২
পুনৰ্ব্বাৰ ঐলে পুছে কাশ্যপৰ ঠাই।
সাধু অসাধুৰ দেখো তাৰতম্য নাই ॥
সাধু অসাধুক দুইকো পৃথিবী ধৰয়।
সূৰ্য্যে তাপ দেয় দেখো বায়ুৱে স্পৰ্শয় ॥ ২৯৯৮৩
জলেয়ো পবিত্র কৰে সাধু অসাধুক।
ইয়াৰ উত্তৰ প্রজাপতি কহিয়োক ॥
এহি লোকে যদি বা হেনসে প্রৱৰ্ত্তয়।
পৰলোকে সুখ দুখ আছে মহাভয় ॥ ২৯৯৮৪
সাধু লোকে যি কালত এৰয় শৰীৰ।
বিষ্ণুদূতগণে আসি নেয় স্বৰ্গপুৰ ॥
পুণ্য অনুসাৰে স্বৰ্গসুখ কৰে ভোগ।
পঞ্চামৃত ষড়ৰস দেৱ উপভোগ ॥ ২৯৯৮৫
এহিমতে আনন্দতে সৰ্ব্বসুখ কৰে।
ভোগ অন্তে সাধুৰ গৃহত জন্ম ধৰে ॥
পাচে ভক্তি কৰে আসি হৰি চৰণত।
তাত জন্ম নিবাৰণ হোৱে কদাচিত ॥ ২৯৯৮৬
পাতেক কৰিলে যমদূতে আসি পায়।
যাতনা দেহত পাচে তাহাক ভৰায় ॥
হাতে গলে গো-চৰমে বান্ধে টান কৰি।
বান্ধৰ চোটত তাৰ প্রাণ যায় মৰি ॥ ২৯৯৮৭
লোহাৰ ডাঙ্গেৰে দেয় অসংখ্যাত মাৰ।
মাৰৰ চোটত ভাঙ্গি যায় হাড় ঘাৰ ॥
এহিমতে নানা শাস্তি কৰি লৈয়া যায়।
পাচে ধৰ্ম্ম নৃপতিত দিয়ন্ত ভেটায় ॥ ২৯৯৮৮
দেখি ঘোৰ ৰূপ তাৰ চাহন নযায়।
দেহ মুণ্ড কৰি থাকে যেন স্তম্ভ প্রায় ॥
বাৰম্বাৰে গৰ্জিয়া থাকয় যমৰায়।
ৰৌৰৱ আদি নৰকত নিয়া দেয় ঠাই ॥ ২৯৯৮৯
পাপ অনুৰূপে সিটো নৰ্ক ভোগ কৰে।
পাচে নীচ মানুষত জন্ম আসি ধৰে ॥

নমানে ব্ৰাহ্মণ গুৰু সদায়ে নিন্দয়।
তাহাৰ মুখৰ কটুবাক্য সুগুচয় ॥ ২৯৯৯০
ঈশ্বৰৰ নাম তাৰ নাসয় মুখত।
কি মায়েক ভক্তি সিটো থাকে বিদূৰত ॥
দ্বিজ ক্ষত্ৰিয়ৰ বিৰোধত এহি খানি।
প্ৰজাৰ বিপত্তি মিলে কৈলো সত্য বাণী ॥ ২৯৯৯১
বহুত শোকত যেন অগ্নিয়ে দহয়।
দুঃসহ দুখত প্ৰজাগণ হোৱে ক্ষয় ॥
হেন জানি ব্ৰাহ্মণক লৈবে পুৰোহিত।
তাহাৰ বিহিত ধৰ্ম্ম কৰিবে সতত ॥ ২৯৯৯২
অগ্ৰপূজা অগ্ৰভোক্তা অগ্ৰসনমান।
পূৰ্ব্বে ব্ৰহ্মাদেৱে আক কৰিছে বিধান ॥
ব্ৰাহ্মণত কৰি কেহো নাহিকে দেৱতা।
জানা যুধিষ্ঠিৰ মই কহিলো নিষ্ঠতা ॥ ২৯৯৯৩
বিশিষ্ট দ্ৰব্যক পাইলে যিটো ৰাজাচয়।
পৰম আদৰ ভাৱে বিপ্ৰে সমৰ্পয় ॥
এহিমতে ব্ৰাহ্মণক পূজিবে সদায়।
তেবেসে ৰাজাৰ সৰ্ব্বকাল সুখে যায় ॥ ২৯৯৯৪
শুনা সৰ্ব্বজন ইটো ভাৰতৰ কথা।
হেন পুণ্য নৰতনু নকৰিবা বৃথা ॥
দেখা জন্মেজয় পাণ্ডুকুলত বিশিষ্ট।
ব্ৰহ্মবধ কৰি সৰ্ব্বগাৱে ভৈলা কুষ্ঠ ॥ ২৯৯৯৫
ব্যাস উপদেশ বৈশম্পায়নক আনি।
প্ৰযত্নে শুনিলা ইটো ভাৰত কাহিনী ॥
ইয়াৰ শ্ৰৱণে পাপ গুচিল সকল।
কুষ্ঠ গুচি সৰ্ব্বগাৰ ভৈলেক নিৰ্ম্মল ॥ ২৯৯৯৬
হেন পুণ্যকথা ইটো মহাভাৰতৰ।
আলাস এৰিয়া শুনা যত বুধ নৰ ॥
গুচিবেক পাপ-মল হুইবেক নিৰ্ম্মল।
জানা চিত্ত দৃঢ় হৈব গুচিব বিকল ॥ ২৯৯৯৭
পাচে উপজিব কৃষ্ণ চৰণত মতি।
তাত হন্তে মিলে যাই হৰিত ভকতি ॥
ভক্তি হেতু সংসাৰত তৰিবা অপ্ৰয়াস।
পাচে বৈকুণ্ঠত গৈয়া কৰয় নিবাস ॥
দ্বিজ লক্ষ্মীনাথে কহে ইসে মোক্ষ কাম।
পুণ্যকথা শুনা কৰ্ণে মুখে বোলা ৰাম ॥ ২৯৯৯৮

—:*:—

মুচুকুন্দ-কুবেৰ সংবাদ কথন

ছবি

ভীষ্ম যে বদতি কথা শুনা যুধিষ্ঠিৰ এথা
ব্ৰাহ্মণে সহিতে ৰাজাচয়।
সদায়ে ধৰ্ম্মত ৰতি কৰিবেক নৰপতি
তেবে প্ৰাণী সুখে ৰক্ষা হয় ॥
যিটো নৃপতিয়ে পাই বাহুবল প্ৰদৰ্শাই
আপুন সৈন্যক ৰক্ষা কৰে।
তাহাৰ দেশত যত নৰনাৰী অপৰ্য্যন্ত
সুখে সবে থাকে নিৰন্তৰে ॥২৯৯৯৯
মুচুকুন্দ নৃপতিৰ আৰো ৰাজা কুবেৰৰ
যেন দুইৰো সম্বাদ মিলিল।
ইতিহাস পুৰাণত যুধিষ্ঠিৰ দিবা মন
কহিবোহো তোমাত সকল ॥
মুচুকুন্দ মহাৰাজ এদিনা আলোচি কাৰ্য্য
সৈন্যসব লৈলেক জণ্টাই।
পাতি সৈন্যে পাটোৱাৰী যেন যমে দিলে ধাৰি
কুবেৰক প্ৰতি খেদি যাই ॥ ৩০০০০
দেখি পাচে বৈশ্ৰৱণ স্ৰজিলা ৰাক্ষসগণ
বলে বীৰ্য্যে সম নাহি যাৰ।
নৃপতিৰ সৈন্যে পশি লগাইলেক ধসমসি
সমস্তৱে চিন্তিলেক মাৰ ॥
দেখি সবে সৈন্য হত ৰাজাৰ বিকল চিত্ত
গাৰ্ব্ব সাৰি আসিলা গৃহক।
বশিষ্ঠক গৃহে আনি বুলিলা গৰিহা বাণী
তুমি লগে থাকাহা কিসক ॥ ৩০০০১

তুমি মোৰ পুৰোহিত কিসক নসাধা হিত
সবে সৈন্য মাৰিলা কুবেৰে।
পাইলো দুৰ্যোৰ লাজ জানো মোৰ যাইব ৰাজ্য
হসুৱাইলো লোক নিৰন্তৰে ॥
তুমি থাকি কিবা কাৰ্য্য কৰিলাহা ঋষিৰাজ
হাসিবে তোমাক সামৰাজ।
যেন ভৈল দুখচয় কহিলো তোমাত মই
যিবা লাগে কৰা তুমি কাজ ॥ ৩০০০২
ৰাজাৰ বচন শুনি ঋষি পাচে মনে গুণি
আচৰিলা তপ গুৰুতৰ।
সেহি তপ প্ৰভাৱত ৰাক্ষসৰ সেনা যত
মৰিল সমস্ত কুবেৰৰ ॥
সৈন্য মৰিবাৰ দেখি আসিলা শিৱৰ সখি
মুচুকুন্দ নৃপতিৰ ঠাই।
মৰি গৈল সেনাগণ দুখত বিকল মন
বুলিলেক নৃপতিক চাই ॥ ৩০০০৩
তুমিসব বলৱন্ত পূৰ্ব্বে ৰাজা আছিলন্ত
পুৰোহিতো আছিল ইমত।
তথাপিতো একোজন নাহি কৰা প্ৰৱৰ্ত্তন
তুমি আচৰিলা যিটো মত ॥
কৰয় সমৰ ঘোৰ অস্ত্ৰ শস্ত্ৰ প্ৰহাৰণ.
তেবে দেখো শত্ৰুক জিনয়।
কতোহো উপায় কৰি শত্ৰুৰ কৰয় ভঙ্গ
কতো বাহু খঙ্গেৰে খেদয় ॥ ৩০০০৪
পূৰ্ব্বে আতি বলৱন্ত আছিলা নৃপতি যত
অস্ত্ৰ শস্ত্ৰ ধৰি বাহুবলে।
তথাপি তোমাত জানা সদা কৰে উপাসনা
সুখ দুখ দি আছে সকলে ॥
ব্ৰাহ্মণত কৰি গহ দেখুৱাহা মহ মহ
সিটো প্ৰৱৰ্ত্তন দূৰ কৰ।
যদি বাহুবল আছে দেখুৱাই মোৰ কাছে
সত্বৰে বিলম্ব পৰিহৰ ॥ ৩০০০৫
কুবেৰৰ শুনি বাণী মুচুকুন্দ মহামানী
ক্ৰোধ কৰি বুলিলা বচন।

শুনা ওবে ধনপতি কৈলা যিটো মোক প্ৰতি
দেখো তোমাসাৰ ভ্ৰম মন ॥
ব্ৰাহ্মণ ক্ষত্ৰিয় দুইকো পূৰ্ব্বে ব্ৰহ্মা স্ৰজিলেক
সাহায্য কৰিয়া উভয়ৰ।
যদিবা স্বতন্ত্ৰ হুই দুয়োজনে প্ৰৱৰ্ত্তয়
বিসঙ্গতি হুইবেক লোকৰ ॥ ৩০০০৬
তপ-বল মন্ত্ৰ-বল হুইবে জানা ব্ৰাহ্মণৰ
অস্ত্ৰ-বাহু-বল ক্ষত্ৰিয়ৰ।
দুয়ো সম্মিলন ভাবে প্ৰজা ৰক্ষা কৰিবেক
এহি বাক্য জানাহা বিধিৰ ॥
পূৰ্ব্বাপৰ নজানিয়া মোক কেনে কৰা নিন্দা
শুনা অলকাৰ অধিপতি।
হেন যদি বাক্যচয় কুবেৰে শুনিয়া তয়
নৃপতিক বুলিলা সম্প্ৰতি ॥ ৩০০০৭
শুনা মুচুকুন্দ তত্ত্ব আৰো শুনা পুৰোহিত
যতেক আছয় ৰাজাগণ।
পৃথিৱীৰ ৰাজাচয় বাণ্টিয়া নিয়াছো মুই
ইটো পৃথিৱীক জনে জন ॥
হেন বাণী কুবেৰৰ মুচুকুন্দ নৃপবৰ
শুনিয়া দিলেক প্ৰত্যুত্তৰ।
তুমি দিবা যিটো ৰাজ্য তাত মোৰ নাহি কাৰ্য্য
মনতো নাহিকে কচিকৰ ॥ ৩০০০৮
আপুনাৰ বাহুবলে আৰ্জিবোহো যিটো ৰাজ্য
তাক সুখে কৰিবোহো ভোগ্য।
যিটো কথা কৈলা তুমি ভাবিয়া চাহিলো আমি
সকলোকে দেখিলো অযোগ্য ॥
শুনিয়োক সভাসদ মহাভাৰতৰ পদ
শান্তিপৰ্ব্ব নামে ৰাজধৰ্ম্ম।
ইটো পুণ্য কথাচয় শ্ৰৱণে অমৃতময়
শুনা সবে বুজি আৰ মৰ্ম্ম ॥ ৩০০০৯
গঙ্গা আদি তীৰ্থ স্নান তপ জপ ভূমিদান
ইসব প্ৰমুখে ধৰ্ম্ম যত।
ভাৰতৰ শ্ৰৱণত সকলো হোৱয় সিদ্ধি
ভক্তি মিলে কৃষ্ণ চৰণত ॥

হে প্ৰভো দামোদৰ মই দীন অধমৰ
তযু পাৱে কৰোহো গোচৰ।
বিষয়ত সদা ৰতি তোমাত নোপজে মতি
কোন গতি হুইবে অধমৰ ॥ ৩০০১০
বিষয় বিষম পাক হেন কুলালৰ চাক
তাহাত সদায়ে ভ্ৰমে মতি।
হে কৃষ্ণ কৃপাসিন্ধু জানো তুমি দীনবন্ধু
কেনে মোৰ সাধিবাহা গতি ॥
মই বৰ অজ্ঞজন জন্ম ভৈল অকাৰণ
ইটো পুণ্য-ভাৰতভূমিত।
প্ৰাণবন্ধু মাধৱক নজানিলো কদাচিত
জ্ঞানী বেদে কহিছে সতত ॥ ৩০০১১
কৃষ্ণ বিনে গতি নাই অন্যথা নৰকে যাই
তথাপি তোমাত নাহি মতি।
কিনো মই আত্মঘাতী বিষয়ত দিনে ৰাতি
সদায়ে আসক্ত মাত্ৰ ৰতি ॥
ইটো মহা মোহচয় গুচায়োক কৃপাময়
তেবেসে গোচৰ মোৰ সিদ্ধি।
তুমিসি কৃপাৰ সিন্ধু তুমি দুখিতৰ বন্ধু
তুমি ভকতৰ নৱনিধি ॥ ৩০০১২
কৰিয়োক কৃপালেশ দিয়া ভক্তি উপদেশ
জন্মে জন্মে হৈবো তযু দাস।
পতিত পাৱন তুমি মই বৰ পতিত স্বামী
ভক্তিৰস দিয়া পূৰা আশ ॥
লক্ষ্মীনাথ দ্বিজবৰ বোলে মৃদু প্ৰত্যুত্তৰ
বিষয়ক ছাৰিয়ো যতনে।
সমজ্যাৰ যত জন কৃষ্ণপাৱে দিয়া মন
ৰাম ৰাম বুলিয়ো সঘনে ॥ ৩০০১৩

---

পদ

গঙ্গাসুত বদতি শুনিয়ো যুধিষ্ঠিৰ।
হেন বাণী শুনি মুচুকুন্দ নৃপতিৰ ॥
ক্ষত্ৰী ধৰ্ম্মে স্থিৰ গাৱে ভ্ৰম নাহিকয়।
কুবেৰে লভিলা পাচে পৰম বিস্ময় ॥ ৩০০১৪
শুনা বাপু যুধিষ্ঠিৰ কহিবো তোমাত।
বাহু বীৰ্য্যে আৰ্জ্জি ৰাজা ভুঞ্জিব সতত ॥
শুচি ব্ৰহ্মণত হুইব ক্ষত্ৰী ধৰ্ম্মে ৰত।
এহিসে ধৰ্ম্মৰো যিটো নৃপতি আবৃত ॥ ৩০০১৫
ইটো পৃথিৱীত সিটো লভিব বিজয়।
দশোদিশে যশ তাৰ যাইবেক নিশ্চয় ॥
যুধিষ্ঠিৰে বোলে শুনা শান্তনু-কুমাৰ।
আৰো এক কথা মই পুছো নৃপতিৰ ॥ ৩০০১৬
যিটো প্ৰৱৰ্ত্তনে প্ৰজাগণ বৃদ্ধি হয়।
কেনে স্বৰ্গ আদি পুণ্যথানক জিনয় ॥
কহা পিতামহ মোত ইহাৰ কাৰণ।
শুনা বুলি ভীষ্মে পাচে বুলিলা বচন ॥ ৩০০১৭
দান যজ্ঞে উপবাসে ৰাজা হৈব ৰত।
প্ৰজা পালনত ৰত তপস্যা সংযুত ॥
ধৰ্ম্মে নিত্যে প্ৰজাক পালিব নৃপবৰ।
ব্ৰাহ্মণক দেখি গাৱ চালিব সত্বৰ ॥ ৩০০১৮
নিতে নিতে দান পুণ্য কৰিবে নৃপতি।
প্ৰজায়ো ধৰিবে সেহি ধৰ্ম্মক সম্প্ৰতি ॥
যিটো যিটো ধৰ্ম্ম জানা নৃপতিয়ে কৰে।
সেহি সেহি ধৰ্ম্ম তেবে প্ৰজায়ে আচৰে ॥ ৩০০১৯
সদায়ে উদ্যত দণ্ড হৈব নৃপতিৰ।
শত্ৰু বিষয়ত যেন যম পটন্তৰ ॥
চোৰ বা ডকাইত জন ধৰিয়া মাৰিব।
যদি কোনো জনে মাতে ক্ষমা নকৰিব ॥ ৩০০২০
যিটো যিটো ধৰ্ম্ম প্ৰাণী কৰে নিৰন্তৰে।
তাক সুখে ৰক্ষা কৰিবেক নৃপবৰে ॥
তাৰ চাৰি ভাগৰ ভাগক ৰাজা পায়।
পাপৰো এহিসে ক্ৰম বুজা অভিপ্ৰায় ॥ ৩০০২১
মিছা মাতি ব্ৰাহ্মণৰ কাঢ়ি লৱে ধন।
চোৰে বা কৰয় যদি সৰ্ব্বস্ব হৰণ ॥

ডকাইতে আসিয়া প্ৰজাগণক মাৰয়।
ইসব পাপক ৰাজা অৰ্দ্ধেক লভয় ॥ ৩০০২২,
এহি পাপহন্তে কেনে হৈব নিবৰ্ত্তন।
প্ৰপঞ্চি কহিবো শুনা ধৰ্ম্মৰ নন্দন ॥
ব্ৰহ্মস্বত কৰি পাপ নাহিকে সম্প্ৰতি।
স্বভাৱে বিপ্ৰৰ ধন ৰাখিবে নৃপতি ॥ ৩০০২৩
চৌৰ হস্তগত যদি হোৱে বিপ্ৰধন।
বিচাৰ কৰিয়া দিব নৃপতি তেখন ॥
বিচাৰি দিবাৰ যদি নোহয় সমৰ্থ।
আপুনাৰ ভণ্ডাৰৰ দিবে সেহি অৰ্থ ॥ ৩০০২৪
সেহি ধন দানে ৰাজা হৈব কৃতকৃত্য।
তেবে ব্ৰহ্মস্বৰ পাপে নপাৱে কিঞ্চিত ॥
সকলো বৰ্ণৰ ধৰ্ম্ম এহিসে উচিত।
ব্ৰাহ্মণৰ ধন জানা ৰাখিবে সতত ॥ ৩০০২৫
বিশিষ্ট নৃপতি সদা প্ৰজায়ে বাঞ্ছয়।
তাত হন্তে উপজীব্য সততে মিলয় ॥
যেন বৃষ্টিজল প্ৰাণী বাঞ্ছয় কালত।
পক্ষী যেন বাঞ্ছে বৃক্ষ ডাঙ্গৰ উচ্ছ্ৰিত ॥ ৩০০২৬
এতেকে বিশিষ্ট ৰাজা হৈলে সুখ মিলে।
শুনা বাপু যুধিষ্ঠিৰ বুজিয়ো সকলে ॥
কাম-ক্ৰোধ-লোভ-মোহে সদায়ে আবৃত।
প্ৰাণীহিংসা কৰিবে সততে যাৰ চিত্ত ॥ ৩০০২৭
হেন ৰাজা ভৈলে প্ৰজা পালিতে নপাৰে।
প্ৰজাৰ মিলয় দুখ জানা সাৰে সাৰে ॥
যুধিষ্ঠিৰে বোলে শুনা গঙ্গাৰ নন্দন।
কহিলাহা যিটো ৰাজাগণৰ লক্ষণ ॥ ৩০০২৮
তাহাক শুনিয়া মোৰ মনে পাইলো ভয়।
ৰাজ্যভাৰ সকলক এৰিলো নিশ্চয় ॥
ধৰ্ম্মৰ কাৰণে ৰাজপদে ইচ্ছা যাই।
ধৰ্ম্ম সিদ্ধি নভৈলে তাহাত কাৰ্য্য নাই ॥ ৩০০২৯

এতেকতে পিতামহ কৰো নিবেদন।
এৰিলোহো ৰাজ্য বনে কৰোহো গমন ॥
ঋষিধৰ্ম্ম ধৰি আৰাধিবো নাৰায়ণ।
ফল মূল শাকচয় কৰিয়া ভোজন ॥ ৩০০৩০
হেন শুনি ভীষ্মে পাচে তুলিলেক হাস।
পূৰ্ব্বে বুজি আছো নীতি তোমাদেৰ আশ ॥
হিংসা বিৰহিত তুমি আতি প্ৰাজ্ঞজন।
সদা ধৰ্ম্মৰত মৃদু বোলাহা বচন ॥ ৩০০৩১
যিটো কৈলা যুধিষ্ঠিৰ নেদেখো উচিত।
লজ্জামন এৰি তুমি হোৱা দৃঢ়চিত্ত ॥
তযু পিতৃ পিতামহ সবে যেন ভাৱে।
ৰাজ্যভোগ কৰা তুমি এহিসে স্বভাৱে ॥ ৩০০৩২
হিংসা এৰি প্ৰজাগণ পালিবা আশেষ।
ধৰ্ম্ম সিদ্ধি হৈব জানা বাঢ়িবেক যশ ॥
বনে যাইবো বুলি তুমি যিটো কৰা মন।
পাণ্ডুৰ সম্মত নোহে কুন্তীৰ বচন ॥ ৩০০৩৩
তোমাৰ পিতৃৰ আৰে শুনিয়ো লক্ষণ।
বলৱন্ত শৌৰ্য্য সত্য বোলয় বচন ॥
নিতে পিতৃ দেৱতাক কৰয় তৰ্পণ।
পুত্ৰৱতে স্বধৰ্ম্ম পালয় প্ৰজাগণ ॥ ৩০০৩৪
নিতে নিতে দেয় দান ব্ৰাহ্মণসবক।
উচ্চৈস্বৰ কৰি সদা পঢ়াৱে বেদক ॥
জনম অৱধি সদা আচৰিছে ধৰ্ম্ম।
কিঞ্চিতেকো মাত্ৰ জানা নাহিকে অধৰ্ম্ম ॥৩০০৩৫
বসন্তাদি কালে যজ্ঞ কৰে যিটো জন।
ব্ৰত উপবাসত সদায়ে কষ্ট মন ॥
তথাপিতো কীৰ্ত্তি তাৰ হোৱয় প্ৰখ্যাত।
জানা যুধিষ্ঠিৰ শঙ্কা নকৰিবা আত ॥ ৩০০৩৬
অভয় দানত কৰি জানা নৃপতিৰ।
কহিলো তোমাত ধৰ্ম্ম নাহিকে ভাঙ্গৰ ॥

অল্প ধৰ্ম্ম বুলি শঙ্কা নকৰিবা আত।
ইহাৰ কাৰণ কহো শুনিয়ো সাক্ষাত ॥ ৩০০৩৭
নিৰ্দ্দোষ কৰিয়া যিটো কৰে অল্প ধৰ্ম্ম।
বহুফল লভে সৰ্ব্বসিদ্ধি হোৱে কৰ্ম্ম ॥
যুধিষ্ঠিৰে বোলে মনে গুচিল সংশয়।
আৰো এক কথা পুছো কৰিয়া বিনয় ॥ ৩০০৩৮
ভীষ্ম বোলে কুন্তীসুত শুনা মন দিয়া।
পুছিলাহা যিটো কহিবোহো প্ৰপঞ্চিয়া ॥
বিদ্যা লক্ষণেৰে যিটো হুৱেক সম্পুৰ্ণ।
সৰ্ব্বশাস্ত্ৰ জানিবে ধৰ্ম্মত হৈবে মন ॥ ৩০০৩৯
সেহিসে ব্ৰাহ্মণ জানা ব্ৰহ্মাৰ সমান।
আমাৰ বচনে আত বুজিবা প্ৰমাণ ॥
ঋগ্ যজুৰ্ব্বেদ আৰ জানা সামবেদ।
এহি তিনি বেদক জানায় অবিচ্ছেদ ॥ ৩০০৪০
স্বকীয় কৰ্ম্মক সদা কৰে অনুষ্ঠান।
সেহিটো ব্ৰাহ্মণ জানা দেৱতা সমান ॥
অসম্ভৱ কুলে জন্মি হীন হোৱে কৰ্ম্ম।
তাকেসে কদৰ্য্য বুলি বিপ্ৰতো অধম ॥ ৩০০৪১
তাহাৰ জানিবা কিঞ্চিতেকো নাহি জ্ঞান।
সেহি বিপ্ৰ হয় জানা শূদ্ৰৰ সমান ॥
সদায়ে আজ্ঞাত যিটো চলিয়া ফুৰয়।
দেৱলক হুয়া যিটো আছে বিপ্ৰচয় ॥ ৩০০৪২
দৈৱজ্ঞ বৃত্তিক যিটো ধৰয় দুৰ্ম্মতি।
গ্ৰাম্যক যজিয়া ফুৰৈ আতি মন্দমতি ॥
হস্তী শৃঙ্গী ব্যাঘ্ৰ সৰ্প থাকে প্ৰৱৰ্ত্তিয়া।
সেহি পথে কৰে গতি মৃত্যু নগণিয়া ॥ ৩০০৪৩
এহি পঞ্চবিধ বিপ্ৰ চাণ্ডালৰ সৰি।
কহিলোহো যুধিষ্ঠিৰ চাৰা মন কৰি ॥
যিটো বিপ্ৰগণ জানা হৈবে পুৰোহিত।
ৰাজ মন্ত্ৰণাত লাগি থাকয় সতত ॥ ৩০০৪৪
দূতৰ কৰ্ম্মত যিটো কৰে প্ৰৱৰ্ত্তন।
বাৰ্ত্তাবহ হুয়া যিটো ফুৰে অনুক্ষণ ॥
তোমাৰ আগত মই কহিলোহো মৰ্ম্ম।
সেহিসব বিপ্ৰ জানা ক্ষত্ৰিয়ৰ সম ॥ ৩০০৪৫
অশ্ব গজ বিদ্যা যিটো কৰয় ব্ৰাহ্মণ।
পদাতি কৰ্ম্মক কৰি ফুৰে যিবা জন ॥
সেহিসব বিপ্ৰ জানা বৈশ্যৰ সমান।
কহিলোহো মই ৰাজা কৰা অৱধান ॥ ৩০০৪৬
অৰ্থহীন কদাচিতো হোৱয় নৃপতি।
প্ৰজা যোগ্য দ্ৰব্য এসম্বাত লভি ৰতি ॥
যুধিষ্ঠিৰে পুছে পুনু ভীষ্মত চুনাই।
মনৰ সংশয় পুছো কহিয়ো বুজাই ॥ ৩০০৪৭
কোন ব্ৰাহ্মণৰ অৰ্থ লভিব নৃপতি।
কেনমতে প্ৰৱৰ্ত্তিব কহা মহামতি ॥
ভীষ্মে বোলে শুনা তুমি পাণ্ডুৰ সন্ততি।
যিসকল অব্ৰাহ্মণ কহিলো সম্প্ৰতি ॥ ৩০০৪৮
এসম্বাৰ অৰ্থ যদি থাকে বহুতৰ।
অন্য স্বামী নোহে তাৰ ৰাজা অধিকাৰ ॥
যদি বা ব্ৰাহ্মণ হোৱে অন্য কৰ্ম্মে স্থিত।
ত্যাগ নকৰিবে নৃপতিয়ে কদাচিত ॥ ৩০০৪৯
বৃত্তিহীন হুয়া যদি বিপ্ৰ হোৱে চৌৰ।
বিপ্ৰত নাহিকে দোষ দোষ নৃপতিৰ ॥
সেহি ব্ৰাহ্মণক ৰাজা দিবে বহু বৃত্তি।
যেনমতে তাহাৰ মনত হোৱে তৃপ্তি ॥ ৩০০৫০
তথাপিতো চৌৰবৃত্তি নেৰয় ব্ৰাহ্মণে।
সবংশে দেশৰ টাঙ্গি খেদাইব তেখনে ॥
এতেকে নৃপতি সবে বুজিয়া লক্ষণ।
বিপ্ৰ প্ৰতিপাল কৰিবেক সৰ্ব্বক্ষণ ॥ ৩০০৫১

কেকয় নৃপতি আৰু ৰাক্ষস সংবাদ কথন

আত পুৰাতন কথা শুনা যুধিষ্ঠিৰ।
যেন কথা ভৈলেক কেকয় নৃপতিৰ ॥
এক দিনা অৰণ্যত তপস্বী নৃপবৰ।
তপ ব্ৰত কৰি সদা আৰাধে ঈশ্বৰ ॥ ৩০০৫২
দৈৱৰ সংযোগে এক বিঘিনি মিলিল।
ভয়ঙ্কৰ নিশাচৰ আসি ভেট পাইল ॥
বৰ ৰঙ্গ মিলিলেক ৰাক্ষসৰ মনে।
ৰাজাক খাইবেক লাগি কৰিলেক মনে ॥ ৩০০৫৩
নৃপতিৰ মনে সম্পজিল মহাভয়।
ৰাক্ষসক শুনাই হেন বচন বোলয় ॥
শুন ওৰে নিশাচৰ কথাৰ প্ৰস্তুত।
মোহোৰ দেশত পাপ নাহিকে কিঞ্চিত ॥৩০০৫৪
মোহোৰ দেশত চোৰ নাহিকে কৃপণ।
মদ্যপান কদাপি নকৰে একোজন ॥
নিৰন্তৰে যতেক আছয় দ্বিজগণ।
প্ৰতিদিনে অগণিত কৰয় হৱন ॥ ৩০০৫৫
বেদ বেদাঙ্গত জানা সকলে পাৰ্গত।
ব্ৰত যজ্ঞ সততে কৰয় প্ৰতিনিত ॥
নানা যজ্ঞ কৰে দ্বিজগণে থানে থানে।
মোহ মুক্ত দ্ৰব্য ব্ৰাহ্মণকে দেই দানে ॥ ৩০০৫৬
পঢ়াৱে পঢ়য় প্ৰতিগ্ৰহ কৰে দান।
যজন যাজন ষড়কৰ্ম্মে অধিষ্ঠান ॥
হেন পুণ্যআত্মা মই বোলোহো তোমাক।
দুৰ গুচ নিশাচৰ নখাইবি মোহোক ॥ ৩০০৫৭
সত্যবাদী গুৰুসৰ আছে ভাৱে ভাৱে।
বিপ্ৰগণে পূজা কৰি আছে ঠাৱে ঠাৱে ॥
নোখোজে লোকক্ত দ্ৰব্য দিৱয় পৰক।
সত্যধৰ্ম্ম বিশাৰদ বোলে মৃদুবাক ॥ ৩০০৫৮
মোৰ দেশে ক্ষত্ৰিয় আছয় যত যত।
নপঢ়াৱে ব্ৰাহ্মণক পঢ়য় সতত ॥
নযজয় পৰক আপুন মাত্ৰ যজে।
ব্ৰাহ্মণক ৰক্ষা কৰি ফুৰয় সহজে ॥ ৩০০৫৯
সংগ্ৰামত নিপুণ নকৰে পাচ ভৰি।
স্বধৰ্ম্মত থাকিয়া শত্ৰুক মাৰে ধাৰ ॥
এতেকে বোলোহো তোক শুন নিশাচৰ।
নখাইবিহি মোক ঐৰ সত্বৰে অন্তৰ ॥ ৩০০৬০
আমাঠৈৰ ৰাজ্যে বৈশ্য আছে যত যত।
কৃষি বাণিজ্যিক সদা কৰে স্বধৰ্ম্মত ॥
গৰুক চাৰয় কতো বেচে তাৰ ক্ষীৰ।
এহিসে প্ৰকাৰে বৃত্তি জানিবা বৈশ্যৰ ॥ ৩০০৬১
প্ৰমত্ত নোহয় ক্ৰিয়াৱন্ত ব্ৰতস্থিত।
সত্যবাদী অসত্য নোবোলে কদাচিত ॥
মহা শুচি ধৰ্ম্ম অধৰ্ম্মৰ জানে ভেদ।
সকলক সমভাৱে দেখয় সুহৃদ ॥ ৩০০৬২
মোৰ শূদ্ৰসৱ যত আছে নিৰন্তৰে।
তিনিয়ো বৰ্ণৰ সদা শুশ্ৰূষা আচৰে ॥
হেন শূদ্ৰ আছে মোৰ স্বধৰ্ম্মত স্থিত।
অধৰ্ম্মত কদাপিয়ো নকৰয় চিত ॥ ৩০০৬৩
এতেকে ৰাক্ষস তই কৰ অৱধান।
নখাইবি মোহোক চলি যায়ো অন্য স্থান ॥
সকলক দিয়া মই কৰোহো ভোজন।
পৰস্ত্ৰীত কদাচিতো নাহি মোৰ মন ॥ ৩০০৬৪
আপুনাৰ স্ত্ৰীত সুখ ভোগৰ কাৰণে।
সঙ্গত নহওঁ আমি জানা একো দিনে ॥
পুত্ৰ কামনায়ে যদি কৰয় বাঞ্ছিত।
তেবে সঙ্গ হওঁ মই জানা কদাচিত ॥ ৩০০৬৫
বৃদ্ধজন বৈদ্যজন সন্ন্যাসীত পশি।
মোহোৰ ৰাজ্যত সবে আছয় উপাসি ॥

এসম্বাক অৱজ্ঞা নকৰো মোৰ মনে।
বুজহ প্ৰমাণ তই মোহোৰ বচনে ॥ ৩০০৬৬
ৰাত্ৰি ভৈলে প্ৰজা নিদ্ৰা কৰে যি কালত।
নিদ্ৰা এৰি অস্ত্ৰ ধৰি ফুৰোহো দেশত ॥
আছে পুৰোহিত মোৰ জ্ঞানেৰে সম্পন্ন।
তপ ধৰ্ম্ম ব্ৰতত সদায় মাত্ৰ মন ॥ ৩০০৬৭
ব্ৰাহ্মণক প্ৰতিপাল কৰোহো যতনে।
গুৰু শুশ্ৰূষণ সেৱা কৰো দিনে দিনে ॥
এতেকে তোহোত মই কহিলো নিশ্চয়।
ৰাক্ষসত হন্তে মোৰ ভয় নাহিকয় ॥ ৩০০৬৮
বিধবা নাহিকে জানা মোহোৰ দেশত।
নাহিকয় দুষ্ট চোৰ আৰৰ ডকাইত ॥
কদাচিতো বিপ্ৰে অযাজ্যক নযজয়।
এতেকে মোহোৰ নাহি ৰাক্ষসত ভয় ॥ ৩০০৬৯
দেখহ ৰাক্ষস মোৰ শৰীৰ স্বভাৱে।
ক্ষত যে বিক্ষত হুই আছে অস্ত্ৰঘাৱে ॥
স্বধৰ্ম্মত থাকি মই কৰো ঘোৰ ৰণ।
বিৰথী বিধনু হুই যায় যিটো জন ॥ ৩০০৭০
শৰণে পশয় যিটো প্ৰাণৰ কাতৰে।
তাহাক ক্ষমোহো মই জান নিশাচৰে ॥
মোৰ দেশে ব্ৰাহ্মণ আছয় যত জন।
নিতান্তে কৰয় মোক আশীষ বচন ॥ ৩০০৭১
স্বৰূপ কৰিয়া মই বোলো হেৰ তোক।
চল অন্য স্থানে ভয় নেদিবি মোহোক ॥
ৰাক্ষস বদতি কথা শুনা নৃপবৰ।
সৰ্ব্বকালে ধৰ্ম্ম তুমি কৰিলা বিস্তৰ ॥ ৩০০৭২
গো-ব্ৰাহ্মণক যিটো নৃপতিয়ে পায়।
স্বধৰ্ম্মে পালয় ৰক্ষা কৰন্ত সদায় ॥
অগ্ৰপূজা অগ্ৰদ্ৰব্য অগ্ৰ সনমান।
নিতে নিতে ব্ৰাহ্মণক দিয়ে অগ্ৰ দান ॥ ৩০০৭৩

এহি সব বুদ্ধি যাৰ ভৈলেক বিপ্ৰত।
সিটো জনে স্বৰ্গক জিনিলে অব্যাহত ॥
এতেকে নৃপতি তুমি থাকিয়ো কল্যাণে।
গৃহক চলিলো হেৰা দেখা বিদ্যমানে ॥ ৩০০৭৪
ভীষ্মে বোলে শুনা আৰে ৰাজা যুধিষ্ঠিৰ।
এতেক বিপ্ৰক যিটো ৰাখে নৃপবৰ ॥
দ্বিজৰ আশীষ সিটো পাৱে নিৰন্তৰে।
দেশে সমে ৰক্ষা তাক কৰয় ঈশ্বৰে ॥ ৩০০৭৫
যদি বিপ্ৰগণ বিকৰ্ম্মত হোৱে স্থিতি।
তাক গুচাই নিয়মিত কৰিব নৃপতি ॥
তেবে তাৰ প্ৰজাগণ ৰক্ষা পৰে ভালে।
আপুনিয়ো থাকে সিটো পৰম মঙ্গলে ॥ ৩০০৭৬
এহিমতে যিটো ৰাজা প্ৰৱৰ্ত্তে সততে।
ইহলোকে সুখ ভোগ কৰে অসংখ্যাতে ॥
কালক্ৰমে যেতিক্ষণে হোৱয় নিৰ্য্যাণ।
পাৱে অম্ৰাৱতীপুৰ ইন্দ্ৰৰ সমান ॥ ৩০০৭৭
যুধিষ্ঠিৰে বোলে শুনা ভাগিৰথীসুত।
কেকয় ৰাজাৰ কথা কৈলা যথোচিত ॥
আৰো এক পুছো কথা কহিয়ো কাৰণ।
যি সব বিপ্ৰৰ আৰে হোৱে বৃত্তিহীন ॥ ৩০০৭৮
বৈশ্য ধৰ্ম্মে বৃত্তি কৰিলেসে কিবা দোষ।
ইহাক কহিয়া মোক কৰিয়ো সন্তোষ ॥
পুনু ভীষ্ম নিগদতি শুনা যুধিষ্ঠিৰ।
কহিবো বিধান মই দুখিত বিপ্ৰৰ ॥ ৩০০৭৯
একোৰূপে বৃত্তি নাহি যিসব বিপ্ৰৰ।
ক্ষত্ৰী ধৰ্ম্ম ধৰি হন্তে লৈব ধনু শৰ ॥
ক্ষত্ৰী ধৰ্ম্মে যিটোজন হৈবেক অক্ষম।
তেবেসে কৰিব সিটো বৈশ্যৰেসে কৰ্ম্ম ॥ ৩০০৮০
কৃষি কৰি গৰুক ৰাখিবে ঠাৱে ঠাৱে।
নতুবা বাণিজ্য বৃত্তি কৰিবে স্বভাৱে ॥

পুনু যুধিষ্ঠিৰে পোছে কৰিয়া বিনয়।
কহ পিতামহ মনে আছয় সংশয় ॥ ৩০০৮১
কোন কোন দ্ৰব্য বিপ্ৰে কৰিব বিক্ৰয়।
ইহাক কহিয়া দুৰ কৰিয়ো সংশয় ॥
ভীষ্মে বোলে যি পুছিলা পুছিবে লাগয়।
কহিবো শুনিয়ো যুধিষ্ঠিৰ মহাশয় ॥ ৩০০৮২
গুড় যে লৱণ তিল আৰো অশ্বগণ।
মৃগ পশু বৃষভ আৰৰ সিদ্ধ অন্ন ॥
মধু মাংস সমে এহি দ্ৰব্য যত যত।
বিক্ৰী নকৰিব যদি পৰে বিপদত ॥ ৩০০৮৩
তথাপিতো দ্বিজে যদি কৰয় বিক্ৰয়।
কৃমি হুয়া সিটো জন গোষ্ঠত থাকয় ॥
যুধিষ্ঠিৰে পোছে আৰো ভীষ্মক তুনাই।
যিটো কহিলাহা তাৰ পালো অভিপ্ৰায় ॥ ৩০০৮৪
আৰো এক কথা কহো কহিয়োক পিতা।
সদায়ে মোহোৰ মনে লাগি আছে চিন্তা ॥
যি কালত ক্ষত্ৰিয়ৰ বল হোৱে হান।
ধৰ্ম্মক উলঙ্ঘি অস্ত্ৰ ধৰে প্ৰজাগণ ॥ ৩০০৮৫
সেহি দেশে থাকে যিটো ধৰ্ম্মৱন্তচয়।
ৰাজাৰ অভাৱে কাত কৰিবা আশ্ৰয় ॥
যদি অনুগ্ৰহ মোত আছয় তোমাৰ।
সংশয় ছেদিয়া তুমি কহিয়ো ইহাৰ ॥ ৩০০৮৬
ভীষ্মে বোলে যিটো কথা পুছিলাহা তুমি।
যথা মনে লৱে তাক কহিবোহো আমি ॥
যেখনে দেখয় ক্ষীণ নৃপতিৰ বল।
বিপ্ৰ আদি বৰ্ণে যদি চিন্তয় কুশল ॥ ৩০০৮৭
ইন্দ্ৰিয়ক দমি এৰিবেক হিংসাচয়।
দান যজ্ঞ আচৰিব তপস্যা নিচয় ॥
এতেকে হুইবেক জানা কুশল সবাৰ।
কহিলো তোমাত ইটো কথা সাৰে সাৰ ॥ ৩০০৮৮
তাহাৰ মধ্যত বলৱন্ত যিটো নৰ।
সবে চলি যাইবে পাচে ৰাজাৰ ওচৰ ॥
পৰাক্ৰম দেখায়া বুলিবে বাক্যচয়।
আমি বিদ্যমানে তোমাসাৰ কাত ভয় ॥ ৩০০৮৯
এহিমতে বলক বঢ়াইবে নৃপতিৰ।
দেৱগণে বল যেন বঢ়াৱে ইন্দ্ৰৰ ॥
ৰাজায়ো কৰিব পাচে হেনসে উপায়।
যতেক ব্ৰাহ্মণ আছে আনিব চপাই ॥ ৩০০৯০
ঈশ্বৰ মানিয়া মনে কৰিব সেৱন।
বিনয় কৰিয়া হেন বুলিব বচন ॥
বিপ্ৰমূৰ্ত্তি তোমৰা সাক্ষাতে নাৰায়ণ।
তোমাসব হস্তে ক্ষত্ৰিয়ৰ উতপন্ন ॥ ৩০০৯১
এতেকে দেখাহা মোৰ ভৈলা হীনবল।
তপ জপ যজ্ঞ হোম কৰিয়ো সকল ॥
যতেক লাগয় মানে দিবোহো সম্ভাৰ।
মন তুষ্টি কৰি দিবো দক্ষিণা আপাৰ ॥ ৩০০৯২
এহিমতে বলক বঢ়াইবে নৃপবৰে।
তেবেসে শত্ৰুক জানা জিনিব সম্বৰে ॥
শত্ৰু জিনি নৃপতিয়ে হুইব কৃতকৃত্য।
তেবেসে প্ৰজাত ধৰ্ম্ম কৰিব বিদিত ॥ ৩০০৯৩
যেনমতে প্ৰজাৰ ধৰ্ম্মত হোৱে ৰতি।
উপায় কৰিয়া তাক কৰাইবে নৃপতি ॥
মৰ্য্যাদা উলঙ্ঘি শত্ৰুগণ আছে যত।
যদি যুদ্ধ কৰে আসি হৈয়া উনমত্ত ॥ ৩০০৯৪
প্ৰজায়ো ধৰিব অস্ত্ৰ পায়া পৰাভৱ।
আত দোষ নাহিকয় জানিবা পাণ্ডৱ ॥
এহি কথা শুনি পাচে ধৰ্ম্মৰ নন্দন।
ভীষ্মক শুনায়া হেন বুলিলা বচন ॥ ৩০০৯৫
ক্ষত্ৰিয়ৰ কোপ যদি ভৈলা ব্ৰাহ্মণক।
কোনে ত্ৰাণ কৰিবেক ব্ৰাহ্মণসবক ॥

কেনমতে জানা ধৰ্ম্মচয় সিদ্ধি হুইব।
বিপ্ৰগণে গৈয়া কাত আশ্ৰয় কৰিব ॥ ৩০০৯৬
এহি যদি প্ৰশ্ন ভীষ্মে শুনিলা সম্প্ৰতি।
যি পুছিলা কহো শুনা ধৰ্ম্ম মহামতি ॥
পাচে বিপ্ৰগণে কৰিবেক হেন কৰ্ম্ম।
তপ ব্ৰহ্মচৰ্য্য ধৰি আচৰিবে ধৰ্ম্ম ॥ ৩০০৯৭
হাতে অস্ত্ৰ লৈয়া কতো দৰশাই বল।
অনেক মায়াবী বাক্য বুলিব সকল ॥
নানা নীতি বাক্য বুলিবেক যথোচিত।
তেবেসে ক্ষত্ৰিয় হুইব বিপ্ৰীত ভকত ॥ ৩০০৯৮
ইহাৰ দৃষ্টান্ত কহো ৰাজা দিবা মন।
জল হন্তে জানিবা অগ্নিৰ উৎপন্ন ॥
ব্ৰাহ্মণত হন্তে যে ক্ষত্ৰিয় হৈলা জাত।
শিলা হন্তে লোহা জন্মি আছয় সাক্ষাত ॥ ৩০০৯৯
উৎপত্তি স্থানত বল নাহিকে প্ৰধান।
কহিবো তোমাত লৈয়ো ইহাৰ প্ৰমাণ ॥
জল পাই যেহেন অগ্নিৰ গুচে বল।
ব্ৰাহ্মণক দেখি নম্ৰ ক্ষত্ৰিয়সকল ॥ ৩০১০০
শিলাত পৰিয়া যেন অস্ত্ৰ ভাগি যাই।
জননীত জানিবাহা কাৰো বল নাই ॥
আৰো কিছু কহো মই কথাৰ প্ৰস্তুত।
ব্ৰহ্মবীৰ্য্য মৃদু যদি ভৈল কদাচিত ॥ ৩০১০১
ক্ষত্ৰিয়ৰ বীৰ্য্য যদি ভৈলেক দুৰ্ব্বল।
তাক দেখি দুষ্টগণ ক্ৰোধিলা সকল ॥
ব্ৰাহ্মণক প্ৰতি ধায় অস্ত্ৰ শস্ত্ৰ লই।
তাক দেখি যিটো জনে আগ-বাঢ়ি গই ॥ ৩০১০২
বিপ্ৰক ৰাখিয়া প্ৰাণ টাঙ্কি কৰে ৰণ।
ৰাখয় বিপ্ৰক যুদ্ধে আপুন জীৱন ॥
তেজৱন্ত সুখৱন্ত পাৱে পূণ্যলোক।
জানা সিটো জনে সৰ্ব্বকালে পায় শোক ॥৩০১০৩
ব্ৰাহ্মণৰ অৰ্থে যিটো অস্ত্ৰক ধৰয়।
বেদ অধ্যয়ন সিটো ফলক লভয় ॥
মহাকষ্ট ব্ৰত কৰি আচৰয় তপ।
তাৰো ফল লভে জানা যুধিষ্ঠিৰ বাপ ॥ ৩০১০৪
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য এহি তিনি বৰ্ণ।
বিপ্ৰৰ কাৰণে অস্ত্ৰ কৰিবো গ্ৰহণ ॥
ব্ৰাহ্মণক ৰাখন্তে যদ্যপি যায় প্ৰাণ।
নাহি আন ধৰ্ম্ম জানা ইহাৰ সমান ॥ ৩০১০৫
বিপ্ৰৰক্ষা হেতু যদি এৰে শৰীৰক।
কৰো নমস্কাৰ আসি সিসব লোকক ॥
তাসম্বাত কৰি প্ৰিয়লোক কেহো নাই।
পাচে গৈয়া বিষ্ণুৰ ভৱনে লোৱে ঠাই ॥ ৩০১০৬
ব্ৰাহ্মণক দ্বেষ কৰে যিটো দুষ্টলোক।
ইহলোকে শোক পাৱে পৰলোকে নৰ্ক ॥
অস্ত্ৰে পৰি যিটোজনে যুদ্ধে এৰে প্ৰাণ।
অশ্বমেধ যজ্ঞি অৱভৃথ কৈলা স্নান ॥ ৩০১০৭
সিটোজন ভৈল জানা অতি পুণ্যৱন্ত।
যিটো পাপ আছিলেক সবে ভৈল হত ॥
শুনা সৰ্ব্বজন কথা ভীষ্মৰ মুখৰ।
ব্ৰাহ্মণক কষ্ট নলগাইবা একো নৰ ॥ ৩০১০৮
চাৰিয়ো বেদত কহে বিপ্ৰেসে প্ৰধান।
পৃথিৱীত বিপ্ৰ সম দেৱ নাহি আন ॥
ঈশ্বৰৰ তনু জানা ব্ৰাহ্মণসকল।
বিপ্ৰ শুশ্ৰূষাত পাৱে মনোনীত ফল ॥ ৩০১০৯
ইক্ষ্বাকু মান্ধাতা আদি সপ্ত দ্বীপেশ্বৰ।
বিপ্ৰকেসে সেৱি ৰাজ্য কৈলা নিৰন্তৰ ॥
নিতে সেৱা কৰে যাক দৈৱকী নন্দনে।
হেন ব্ৰাহ্মণক নিন্দা কৰে মূঢ়জনে ॥ ৩০১১০
জ্ঞানশূন্য হুয়া যিটো বিপ্ৰনিন্দা কৰে।
যমদূতে ধৰি তাৰ জিহ্বা ছেদ কৰে ॥

বিপ্ৰৰ সেৱাত যিটো ভৈলেক নিপুণ।
সাফল জীৱন তাৰ সাফল জনম ॥ ৩০১১১
শুনা সভাসদ মোৰ এহি অভিমত।
সদা শিৰ ৰৌক মোৰ বিপ্ৰ চৰণত ॥
এক চিত্ত হুয়া শুনা ভাৰতৰ পদ।
বোলা হৰি হৰি হৌক পাতক উচ্ছেদ ॥ ৩০১১২

---

দুলড়ী

পুনু যুধিষ্ঠিৰ কৰি কৰযোৰ
পুছন্ত গঙ্গাসুতত।
নৃপতিৰ মন্ত্ৰী হুইবে কেন নয়
স্বভাৱ হোৱে কিমত ॥
কেনয় লোকত কৰিব বিশ্বাস
নকৰিব কেন জনে।
ইহাৰ কাৰণ কহিয়োক মোত
তুমিসি গঙ্গানন্দনে ॥ ৩০১১৩
ভীষ্ম নিগদতি শুনিয়ো সম্প্ৰতি
যুধিষ্ঠিৰ মহাশয়।
চাৰি বিধ মিত্ৰে জানা নৃপতিৰ
কহিবো তাৰ নিৰ্ণয় ॥
অৰ্থক আশায় একচিত্তে মনে
নৃপতিৰ চিন্তে হিত।
এহিতো সদৰ্থ মিত্ৰ বুলি জানা
কহিলো আৱে নিশ্চিত ॥ ৩০১১৪
সদা নৃপতিত হোৱে অনুৰক্ত
মানে গুৰুবুদ্ধি কৰি।
ভজ মান মিত্ৰ ইহাক বোলয়
কহিলোহো নিষ্ট কৰি ॥
পুৰুষানুক্ৰমে আতি শুদ্ধভাৱে
ভক্তি কৰি সাধে হিত।
সোহটো সহজ মিত্ৰ বুদ্ধি কৰি
জানা তুমি কুন্তীসুত ॥ ৩০১১৫

বোলে সখি সাজি মিতা বোলে বান্ধ
বুলিয়া কৰয় হিত।
তাকেসে কৃত্ৰিম মিত্ৰ বুলি জানা
কহিলো আৱে প্ৰস্তুত ॥
এই চাৰি বিধ মিত্ৰৰ লক্ষণ
কহিলোহো যুধিষ্ঠিৰ।
পঞ্চম মিত্ৰৰ কহিবোহো কথা
শুনিয়োক অনন্তৰ ॥ ৩০১১৬
আতি পুণ্যৱন্ত যিটো ধৰ্ম্মৱন্ত
শৰীৰ আতি পৱিত্ৰ।
কেৱলে ৰাজাৰ মিত্ৰ সুহিকয়
জানাহা সবাৰো মিত্ৰ ॥
হেনসে জনক মিত্ৰ বুলি ৰাজা
জানিবেক সৰ্ব্বদায়।
যিটো অনিশ্চিত হোৱয় নৃপতি
তাৰ ইষ্ট মিত্ৰ নাই ॥ ৩০১১৭
সৰ্ব্বকালে তাক নছাৰে প্ৰমাদ
জানাহা পাণ্ডুনন্দন।
অসাধুকে সাধু কৰয় নৃপতি
সাধুক কৰয় হীন ॥
মিত্ৰক জানিবা শত্ৰু কৰি মানে
শত্ৰুক মানয় হিত।
জানা যুধিষ্ঠিৰ কহিলোহো নিষ্ঠে
সেহিসে ৰাজা কুৎচিৎ ॥ ৩০১১৮
যেহিটো প্ৰধান কাৰ্য্য উপস্থিত
সবাতো পুছি আচৰে।
একত পুছিয়া নাচৰিব তাক
ধৰ্ম্ম অৰ্থ নাশ কৰে ॥
সমুদায়ে কাতো নকৰে বিশ্বাস
পাৱে সিটো বিপত্তিক।
যদি সৰ্ব্বজনে কৰয় বিশ্বাস
তথাপি পাৱে মৃত্যুক ॥ ৩০১১৯
যেহি যেহি জনে কৰয় বিশ্বাস
তথাপি হুইব শঙ্কিত।

হেন নীতি যিটো ধৰয় নৃপতি
তাহাত লক্ষ্মীৰ স্থিত ॥
যিটোজনে মনে মানে সৰ্ব্বদায়
ৰাজাৰ বিগুটি দেহ ।
সেহিসে মোহোৰ সম কলেৱৰ
কৰয় সদায়ে স্নেহ ॥ ৩০১২০
ৰাজাৰ বিশ্বাস নকহে লোকত
তাকো জিজ্ঞাসিব ভালে ।
হেনসে জনত কৰিব বিশ্বাস
নৃপতিয়ে সৰ্ব্বকালে ॥
যেহেন তনয় বিশ্বাস কৰয়
সদায়ে পিতৃত যথা ।
সেহিসে জনত জানাহা নৃপতি
পুছিব বিশ্বাস কথা ॥ ৩০১২১
ৰাজাৰ ব্যসন দেখি যিটো নৰে
তাপ কৰে সৰ্ব্বদায় ।
উন্নতি দেখিয়া নকৰয় তাপ
আনন্দৰ পাৰ নাই ॥
সেহিসে ৰাজাৰ পৰম সুহৃদ
কহিলোহো নিষ্ঠ কৰি ।
মন্ত্ৰীৰ লক্ষণ কহিবো তোমাত
শুনা ৰাজা মন কৰি ॥ ৩০১২২
হৈব কপৱন্ত আতি পৰাক্ৰমী
বিচাৰে আতি বিপুল ।
হিংসা বিবহিত সমস্তে প্ৰাণীত
সদকুলে উতপন্ন ॥
বুদ্ধিত চতুৰ হুইব জ্ঞানৱন্তে
কাৰ্য্যত হৈবেক দক্ষ ।
সকলো কাৰ্য্যত হুইবে সুমুখিত
সাধিবে ৰাজাৰ পক্ষ ॥ ৩০১২৩
যদিবা প্ৰজায়ে মানে বা নমানে
তভো মন্ত্ৰী শ্ৰেষ্ঠতৰ ।
কদাচিত দুষ্ট নোহে যিটো মন্ত্ৰী
প্ৰতিনিধি নৃপতিৰ ॥

যাৰ যশকীৰ্ত্তি যায় চতুৰ্ভিতি
বাক্যত নাহিকে লৰ ।
সমৰ্থ জনক দ্বেষ নকৰয়
অৰ্থ কৰে বহুতৰ ॥ ৩০১২৪
কাম ক্ৰোধ লোভে বশ হুয়া যিটো
তথাপি নচাৰে ধৰ্ম্ম ।
যিটো বাক্য বোলে সবাতো সমান
এহিসে মন্ত্ৰীৰ কৰ্ম্ম ॥
ৰাজাৰ ঐশ্বৰ্য্য দেখি মাত্ৰ জ্ঞাতি
সবাহানে অসহন ।
তথাপিতো জ্ঞাতি- গণক নৃপতি
কৰিব সদা ৰক্ষণ ॥ ৩০১২৫
জ্ঞাতি নভৈলেসে জানা নৃপতিক
শত্ৰুৱে পীড়া কৰয় ।
যেন দুখিতৰ জ্ঞাতিসে আশ্ৰয়
নৃপতিৰ হেন নয় ॥
যদি অন্যজনে কৰয় নিকাৰ
বান্ধৱে নসহে তাক ।
বন্ধুৰ বেদনা বন্ধুৱে সহয়
আপুনাক মানি তাক ॥ ৩০১২৬
শুনা সৰ্ব্বজন কেদিন জীৱন
দেখা সবে মায়াময় ।
নভজি কৃষ্ণক আন চেষ্টা কৰা
মিছাতে আয়ুস বয় ॥
কৃষ্ণ হেন বন্ধু নাহি নাহি আন
জানা আক নিষ্ট কৰি ।
যেহেন মাতৃয়ে আপুন পুত্ৰক
সদা খুৰে ৰক্ষা কৰি ॥ ৩০১২৭
অগ্নি সৰ্পে জলে নতু কণ্টকত
পৰিয়া মৰয় জানো ।
এহি বুলি মাতৃ ফুৰে পাচে পাচে
কৈতৱ ধৰয় পুতু ॥
সেহি মতে হৰি ৰাখে যত্ন কৰি
বিবজ্ঞকে [illegible] ।

হেনয় কৃষ্ণক অভক্তিয়া কেনে
থাকাহা নিলাজ নয় ॥ ৩০১২৮
এতেকে কৃষ্ণত কৰিয়া ভকতি
কৃষ্ণেসে বন্ধু সবাৰ।
তাহান চৰণে চিন্তা সৰ্ব্বক্ষণে
হৈবা ভৱসিন্ধু পাৰ ॥
কোটি কুলসমে হৈবাহা উদ্ধাৰ
জানা আক নিষ্ট কৰি।
দীন দ্বিজে ভণে শুনা সৰ্ব্বজনে
সঘনে ঘুষিয়ো হৰি ॥ ৩০১২৯

---

বাসুদেৱ-নাৰদ সংবাদ কথন

পদ

যুধিষ্ঠিৰ বদতি শুনিয়ো কুৰুবৃদ্ধ।
মোহোৰ মনত বৰ লাগিল সন্দিগ্ধ ॥
জ্ঞাতি শক্ৰ মিত্ৰত দুইবেক কেন নয়।
ইহাৰ কাৰণ কহিয়োক মহাশয় ॥ ৩০১৩০
ভীষ্ম নিগদতি শুনা যুধিষ্ঠিৰ ৰায়।
যি পুছিলা কথা তাৰ কহো অভিপ্ৰায় ॥
বাসুদেৱ নাৰদে কহিলা যিটো কথা।
সেহিটো সম্বাদ কহো শুনিয়োক এথা ॥ ৩০১৩১
এক দিনা দ্বাৰকাত কৃষ্ণ হৃষীকেশ।
বসিয়া আছন্ত মন কৰিয়া হৰিষ ॥
তথাতে নাৰদ ঋষি হৈলা উপসন্ন।
দেখি কৃষ্ণে আসনৰ উঠি তাৰক্ষণ ॥ ৩০১৩২
জানুশিৰে কৃষ্ণে পাচে কৰিলা সেৱলি।
পাদ্য অৰ্ঘ্য দিয়া কৰিলেক কৃতাঞ্জলি ॥
কি কাৰ্য্যে আসিলা দেৱ ঋষি ইথানক।
ঋষি বোলে দেখিবে আসিলো তোমাসাক ॥৩০১৩৩
জ্ঞাতিগণ সমে কৃষ্ণে কৰিবে মন্ত্ৰণা।
জিজ্ঞাসিবে লাগি লোকে প্ৰভি জনা জনা ॥
তাক দেখি পুছিবে লাগিলা ঋষিৰাজ।
কিসৰ মন্ত্ৰণা কৰা কহা যদুৰাজ ॥ ৩০১৩৪
বাসুদেৱ বদতি শুনিয়ো তপোধন।
জ্ঞাতি সমে মন্ত্ৰণা কৰোহো প্ৰতিদিন ॥
আতপৰে সুহৃদ নাহিকে সংসাৰত।
গোত্ৰত যিমত ভাৱ নাহিকে আনত ॥ ৩০১৩৫
শুনিয়ো নাৰদ কহো ইহাৰ উত্তৰ।
বুদ্ধি বলে মোৰ সম নাহি পটন্তৰ ॥
তথাপি জ্ঞাতিত মই পুছোঁহো সঙ্কেত।
জ্ঞাতিৰ মানত মই যেন থাকো ভৃত্য ॥ ৩০১৩৬
মোৰ অৰ্দ্ধ ভোগক ভুঞ্জয় জ্ঞাতিচয়।
দুৰ্ব্বাক্য বুলিলে তাকো সহি থাকো মই ॥
বলৱন্ত মধ্যে বলভদ্ৰেসে প্ৰধান।
গদাৰ সমৰে স্থৰ নাহিকয় আন ॥ ৩০১৩৭
কামদেৱ সম ৰূপৱন্ত কেহো নাই।
স্বৰূপে কহিলো মই বুজা অভিপ্ৰায় ॥
তুমি জানা মোহোৰ সদায় কিবা কাজ।
তথাপি সহায় জ্ঞাতি জানা মুনিৰাজ ॥ ৩০১৩৮
বৃষ্ণি যে অন্ধক ভোজবংশে জ্ঞাতিগণ।
ইসবো মোহোৰ বল জানা তপোধন ॥
যিটো নৃপতিৰ জানা নাহি জ্ঞাতিগণ।
শক্ৰৱে পীড়য় তাক নিস্ফল জীৱন ॥ ৩০১৩৯
নাৰদ বদতি শুনা প্ৰভু জনাৰ্দ্দন।
আপুনি কহিবা কিছো জ্ঞাতিৰ লক্ষণ ॥
জ্ঞাতিসবে মনে কৰে কামনা বহুত।
নানা কটু প্ৰীতি বাক্যে সন্তোষিবে চিত্ত ॥৩০১৪০
কাৰো কোনো সহায় নাহিকে ভগৱান।
তুমিসি সবাৰো আত্মা আশ্ৰয় প্ৰধান ॥
মহত ভাবক যাতো ধৰি আছা তুমি।
বৰাহ স্বৰূপে আমী উদ্ধাৰিছা তুমি ॥ ৩০১৪১

দুঃসহ ভাৰক যেন গৰ্দ্দভে বহয় ।
তাহাৰ সমান ভাৰ অন্যে কি সহয় ॥
গণমুখ্য ভৈলে যিটো মনে দেখি ভিন্ন ।
যত গোত্ৰ থাকে মানে সবে হোৱে ছন্ন ॥ ৩০১৪২
এতেকে মাধৱ তুমি মোৰ বাক্য ধৰা ।
গোত্ৰ সমস্তক যত্ন কৰি ৰক্ষা কৰা ॥
যদু বৃষ্ণি ভোজ যে অন্ধক কুকুবংশ ।
ব্ৰহ্মা ৰুদ্ৰ দেৱগণ সবে তযু অংশ ॥ ৩০১৪৩
তযু বুদ্ধি অনুসৰি সবে প্ৰৱৰ্ত্তয় ।
চৰাচৰ প্ৰাণীৰ যে তুমিসে আশ্ৰয় ॥
দেখা দামোদৰ তুমি যদুবীৰচয় ।
তোমাৰ বলত প্ৰভু এসম্বো বাঢ়য় ॥ ৩০১৪৪
ভীষ্মে বোলে শুনা যুধিষ্ঠিৰ মহাশয় ।
প্ৰথম বৃত্তান্ত যত কহিলোহো মই ॥
দ্বিতীয় বৃত্তান্ত আবে কহিবো সম্প্ৰতি ।
শুনা আক এক চিত্তে ৰাজা মহামতি ॥ ৩০১৪৫
ৰাজাৰ ধনক উপাৰ্জ্জয় যিটোজন ।
তাহাক নৃপতি ৰাখিবেক সৰ্ব্বক্ষণ ॥
ভৃত্যে বা মন্ত্ৰীয়ে নৃপতিৰ হৰে ধন ।
ভাণ্ডাৰৰ অৰ্থ চুৰি কৰে কোনোজন ॥ ৩০১৪৬
চৌৰ ভৈল অনেক ৰথীয়া একজন ।
ভালমতে ৰাজা তাক কৰিবে ৰক্ষণ ॥
ৰাজা যদি ভালে ৰক্ষকক নৰাখয় ।
নিশ্চয়ে জানিবা সিটো যায় যমালয় ॥ ৩০১৪৭
আত এক ইতিহাস শুনা পাণ্ডুসুত ।
কাকবৃত্তি নামে মুনি আছিল পূৰ্ব্বত ॥
পঞ্জৰে সহিতে এক কাক হস্তে লই ।
কোশল ৰাজাৰ দেশে প্ৰবেশিলা গই ॥ ৩০১৪৮
পাত্ৰ মন্ত্ৰী ৰাজভৃত্য যতেক আছয় ।
কাকহস্তে লৈয়া সবাহাঙ্কে জিজ্ঞাসয় ॥
মুনি বোলে কাকবিদ্যা জানোহো সসাঙ্গ ।
শুনি হেন প্ৰজায়ে ঋষিৰ লৈলা সঙ্গ ॥ ৩০১৪৯
এহিমতে মুনি সবে দেশক ফুৰিলা ।
ৰাজ হিতাহিত প্ৰাণী সবাকে চিনিলা ॥
কাকহস্তে ধৰিয়া ৰাজাৰ পাশে গৈলা ।
মইসে সৰ্ব্বজ্ঞ বুলি ৰাজাত কহিলা ॥ ৩০১৫০
নৃপতি আছয় পাত্ৰ মন্ত্ৰীয়ে সহিত ।
হেন শুনি ৰাজা পাচে পুছন্ত মুনিত ॥
মোহোৰ লগত প্ৰাণী আছে যত যত ।
কাৰ কিবা হুয়া আছে কহিয়োক মোত ॥৩০১৫১
কাক নিগদতি কথা শুনিয়ো নৃপতি ।
তযু ধন হৰি আছে এই দুষ্ট মতি ॥
এয়ে সিয়ে দুয়োজনে ই কথা জানয় ।
লুটিছে ভাণ্ডাৰ আৰো এহি সমস্তয় ॥ ৩০১৫২
কাকবাক্য সত্য বুলি জানিবা সকলে ।
স্বৰূপ জানিয়া বুলিলেক নৃপবলে ॥
পাচে যেন কথা ভৈলা শুনা নৰেশ্বৰ ।
ৰজনী মিলিল আসি ভৈল অন্ধকাৰ ॥ ৩০১৫৩
ৰাজাৰ ভাণ্ডাৰ হৰা যত প্ৰাণীচয় ।
বোলে এই কাক কৰে আমাৰ প্ৰলয় ॥
এহি বুলি আলচি কৰিলা এহি মতি ।
ধনুৰ্ব্বাণ ধৰি লৈলা কাকৰ সম্মিতি ॥ ৩০১৫৪
পঞ্জৰৰ মধ্যে কাক আছে নিদ্ৰা যাই ।
বাণে হানি কাকক মাৰিলা সেহি ঠাই ॥
প্ৰভাতে উঠিয়া পাচে দেখে মুনিৰাজে ।
মৰি পৰি আছে কাক পঞ্জৰৰ মাজে ॥ ৩০১৫৫
তাক দেখি ব্ৰাহ্মণৰ লাগিলেক ত্ৰাস ।
শীঘ্ৰে চলি গৈলা পাচে নৃপতিৰ পাশ ॥
নৃপতিক চাই পাচে বুলিলা বচন ।
যদি আজ্ঞা কৰা কিছো কহো প্ৰয়োজন ॥৩০১৫৬

কাকে কহিলেক তোমাসাত যিটো কথা।
তাহাৰ যিমত ভৈল শুনিয়ো ব্যৱস্থা ॥
কহিলেক তোমাঠৈৰ যত হিত বাণী।
মৰাইলা কাকক কেনে তাহাঙ্ক নমানি ॥ ৩০১৫৭
ৰাজা বোলে শুনা বিপ্ৰ কহো তোমাসাত।
কাকবধ কথা নজানোহো স্বৰূপত ॥
সম্প্ৰতি বুলিলো কহা কথা মোৰ আগে।
যেহি বোলা অৱশ্যেকে কহিবাক লাগে ॥ ৩০১৫৮
ব্ৰাহ্মণে বোলয় কথা শুনা মহাৰাজ।
ফুৰিয়া চাহিলো মই তযু দেশ মাজ ॥
পাত্ৰ মন্ত্ৰী সবাহাৰো বুজিলোহো মন।
তযু হিত প্ৰাণী নেদেখিলো একোজন ॥ ৩০১৫৯
চলে পাইলে তোমাক নেৰয় একোপ্ৰাণী।
নিশ্চয় বুজিয়া মই কৈলো সত্যবাণী ॥
আৰো কহো মহাৰাজ তোমাত এখন।
ৰাজদ্ৰব্য হৰি প্ৰৱৰ্ত্তয় যিটোজন ॥ ৩০১৬০
তাত পৰে পাতকী নাহিকে সংসাৰত।
হেন যদি লোক হোৱে ৰাজাৰ লগত ॥
যেহেন সৰ্পৰ মধ্যে নিবাস কৰয়।
তাত হন্তে ৰাজাৰ মিলিবে মহাভয় ॥ ৩০১৬১
তোমাৰ ভৈলেক জানা সেহি পটন্তৰ।
জিজ্ঞাসা নকৰি কেনে আছা নৰেশ্বৰ ॥
কহিলেক কাকে যিটো স্বৰূপ বচন।
কাকবাক্য বুলি তাত নিদিলাহা মন ॥ ৩০১৬২
মোহোৰ লাগিল মনে পৰম বিস্ময়।
এহি হেতু কাকো মৰি গৈল যমালয় ॥
মোহোক মাৰিব ধৰি এহি সৰ্ব্বজনে।
আজ্ঞা কৰা ৰাজা চলি যাওঁ অন্য স্থানে ॥ ৩০১৬৩
পৃথিৱীত নদী থাকে পৰম দুষ্কৰ।
তাত থাকে তিমিঙ্গিল মৎস্য যে মগৰ ॥
নক্ৰ যে গোধিকা থাকে জলগ্ৰাহচয়।
আচোক তৰিব তাক দেখি লাগে ভয় ॥ ৩০১৬৪
তাৰ দুই পাৰে থাকে সিংহ ব্যাঘ্ৰ গই।
বৰাহ মহিষ গজ থাকে বাস লই ॥
তথাপি তৰিবে তাক আছয় উপায়।
ৰাজদুৰ্গ তৰিবে কাহাৰো শক্তি নাই ॥ ৩০১৬৫
তযু ৰাজ্যখান দেখো পৰম গহন।
তমোগুণে আবৰি আছয় সৰ্ব্বক্ষণ ॥
সেহি অন্ধকাৰে আছে দেশক আবৰি।
বিশ্বাসৰ পাত্ৰ মই নপাইলো বিচাৰি ॥ ৩০১৬৬
তোমাৰ বিশ্বাস নাই ইহেন দেশত।
নিষ্ট কৰি আক মই জানো ভালমত ॥
সকলো অসতি ৰাজা জানিবা নিশ্চয়।
এহিটো দেশত নিবাসৰ যোগ্য নুই ॥ ৩০১৬৭
ইহাত নিবাস ভৈলে অৱশ্যে মৰণ।
কহিলো তোমাত মই দেশৰ লক্ষণ ॥
দুষ্কৰ্ম্ম কৰিলে মৰিবাৰ যোগ্য হয়।
সদকৰ্ম্ম কৰে যিটো সেহিসে মৰয় ॥ ৩০১৬৮
এহি দেশে সব ৰাজা এহি পটন্তৰ।
যৱনে আবৃত যেন জ্ঞানী দ্বিজবৰ ॥
সীতা নামে নদী এক পৰম দুস্তৰ।
তাত জল বহিছে অদ্ভুত খৰতৰ ॥ ৩০১৬৯
একোৰূপে তাক তৰিবাৰ শক্য নাই।
নৌকাত চৰিলে সমুদায় তল যাই ॥
পৰম গহন নদী জীৱন হৰণ।
তোমাৰ দেশৰ জানা সেহিসে লক্ষণ ॥ ৩০১৭০
বচনে মধুৰ বৃষ্টি কৰাহা সদায়।
পাত্ৰসব বিষেৰে মিশ্ৰিত সমুদায় ॥
পামৰসকলে সবে আনন্দে বঞ্চয়।
সন্তসকলৰ ইটো স্থান দুহিকয় ॥ ৩০১৭১

কহিবো দৃষ্টান্ত ৰাজা জানা স্বৰূপত।
দিব্য কূপ আছে এক পথ সমীপত ॥
সেহি পথে চলি যায় পথিকসকল।
ৰৌদ্ৰৰ তাপত সবে ভৈলেক বিকল ॥ ৩০১৭২
জিৰাইবাক লাগি কৈতো বৃক্ষ ছায়া নাই।
ক্ষুধায়ে তৃষায়ে সবাহাৰে প্ৰাণ যাই ॥
চক্ষু বলাই দেখে কৈতো জল নাহিকয়।
জল বিনে কাৰো জানা প্ৰাণ নৰহয় ॥ ৩০১৭৩
কতো দূৰে নিহালি দেখিলা সেহি কূপ।
লাসে লাসে চলি গৈলা তাহাৰ সমীপ ॥
জল পাইবো বুলি সবাহাৰে ৰঙ্গমন।
উদৰ ভৰিয়া কৰিবোহো জলপান ॥ ৩০১৭৪
দেখে নাহি জল তাত সৰ্পৰ আলয়।
তাক দেখি পথিক সবাৰ ভৈলা ভয় ॥
গুচিল পিয়াস প্ৰাণ ৰৈবে কেনমতে।
আথেবেথে ভয়ে পলাই গৈলেক ত্বৰিতে ॥৩০১৭৫
যিমত অৱস্থা ভৈলা পথিকসবৰ।
মোহোৰ ভৈলেক জানা সেহি পটন্তৰ ॥
যেহেন বৃহত নদী পৰম সুন্দৰ।
আতি সুমধুৰ জল সুধা সমসৰ ॥ ৩০১৭৬
বেত্ৰে বংশে কণ্টকেৰে হুয়াছে আবৃত।
জানা মহাৰাজা তোমাসাৰ সেহিমত ॥
কুকুৰ শৃগাল গৃধ্ৰগণ আশৰিস।
তাহাৰ মধ্যত যেন থাকে ৰাজহংস ॥ ৩০১৭৭
এহিসে দৃষ্টান্ত কহিলোহো বিদ্যমান।
তোমাৰ ভৈলেক ৰাজা জানা সেহি ঠান ॥
মহত বৃক্ষৰ ৰাজা মধ্য কোটৰত।
আশ্ৰয় কৰিয়া বহ্নি থাকে যেনমত ॥ ৩০১৭৮
বৃদ্ধি হুই সেহি বৃক্ষ পুৰি কৰে ছাই।
সেহি পটন্তৰ তযু জানা মহাৰায় ॥

তুমি ভৈলা বৃক্ষ মন্ত্ৰীসব অগ্নিসম।
বিচাৰ কৰিয়া তুমি কৰাহা নিয়ম ॥ ৩০১৭৯
ইটো মন্ত্ৰীগণ দেখো তোমাৰ পালন।
তোমাসাৰ প্ৰিয়কাৰ্য্য কৰয় হনন ॥
ইহাক জিজ্ঞাসাহেতু আসি ভৈলো আমি।
কহিলোহো যেহি লাগে কৰা তুমি স্বামী ॥৩০১৮০
কোশল নৃপতি পাচে ঋষিত বদতি।
যি কহিলা কথা মোত সকলে যুগুতি ॥
সমস্তে মন্ত্ৰীক মই এৰিবাক পাৰো।
তুমি যাতো যাইবে খোজা আতে বুদ্ধি হাৰো ॥৩০১৮১
এতেকতে মুনিৰাজ থাকা মোৰ ঘৰে।
তোমাসাত ইচ্ছা নকৰয় কোন নৰে ॥
মোৰ দেশে সিটো নৰ থাকিবে নপায়।
কৈলো সত্য কৰি তাক দিবোহো বিদায় ॥৩০১৮২
কালকবৃক্ষিয়া ঋষি শুনি তুষ্ট ভৈলা।
পুনু নৃপতিক কথা কহিবাক লৈলা ॥
ঋষি বোলে শুনা ৰাজা মোহোৰ বচন।
কহিবো তোমাৰ হৈব যিমতে কল্যাণ ॥ ৩০১৮৩
তোমাসাৰ যত আছে দুষ্ট মন্ত্ৰীচয়।
বিচাৰ কৰিয়া লৈয়ো ইহাৰ নিৰ্ণয় ॥
দুৰ্ব্বল কৰিয়া তাক থৈয়ো মহাশয়।
দোষক জিজ্ঞাসা পাচে কৰিতে লাগয় ॥ ৩০১৮৪
যেহি যিবা দণ্ডৰ হোৱয় অধিকাৰ।
ক্ৰমে ক্ৰমে সবাহাক্কে কৰিয়ো সংহাৰ ॥
এক দোষে কৰে যদি বহুতৰ নৰে।
জানা মহাৰাজা কণ্টককো মৃদু কৰে ॥ ৩০১৮৫
অৱশ্যে জানিবা মন্ত্ৰণাতো হোৱে ভেদ।
এহি হেতু তাসম্বাৰ কথা কৰহেদ ॥
যাতো তযু পিতৃ সমে মোৰ মিত্ৰৰতি।
এতেকে তোমাত মই কহিলো যুগুতি ॥ ৩০১৮৬

ঋষিৰ বচন শুনি কোশল নৃপতি।
মাৰিবাক লৈলা দুষ্টগণক সম্প্ৰতি ॥
ৰাজাক কৰাইলা যজ্ঞ ঋষি মহাশয়।
বিপ্ৰৰ প্ৰসাদে এৰাইলেক মহাভয় ॥ ৩০১৮৭
ঋষিৰ বচনে ৰাজা পৃথিৱী জিনিলা।
একছত্ৰ কৰি পাচে পৃথিৱী লভিলা ॥
কালকবৃক্ষিয়ে যত কহিলেক হিত।
কোশল নৃপতি তাক কৰিলা সমস্ত ॥ ৩০১৮৮
যুধিষ্ঠিৰে বোলে শুনা শান্তনু-নন্দন।
পুছো এক কথা আৰো কহিয়ো কাৰণ ॥
সভাসদ সুহৃদ সহায় অমাত্যৰ।
ৰাজগৃহে পৰি চাৰি থাকে কোনো নৰ ॥ ৩০১৮৯
ইহাৰ লক্ষণ মোত কহিয়ো সম্প্ৰতি।
এক চিত্তে শুনিবাৰ মোৰ লোৰে মতি ॥
ভীষ্ম নিগদতি শুনিয়োক মহাশয়।
তুমি যি পুছিলা মোত কহিবে লাগয় ॥ ৩০১৯০
প্ৰথমে শুনিয়ো সভাসদৰ লক্ষণ।
লজ্জা এৰি সদা যুক্তি বুলিব বচন ॥
কুটিল ৰহিত হুইব সাধুৰ লক্ষণ।
সমুচিত সত্য বুলিবেক সৰ্ব্বজন ॥ ৩০১৯১
আকে সভাসদ বোলে শাস্ত্ৰৰ সম্মত।
বিচাৰিয়া হেন নৰ লৈবাহা সভাত ॥
হুইবে মহামন্ত্ৰী প্ৰিয় বলত প্ৰধান।
সন্তুষ্ট ব্ৰাহ্মণ হুইব হুইব শাস্ত্ৰজ্ঞান ॥ ৩০১৯২
বিপদে সম্পদে লৈবা ইমত সহায়।
যিটো জনে ধৰ্ম্মপথে অন্য নভাবয় ॥
হুইব সদকুলে জাত দেশে আপুনাৰ।
অন্ন পানী সবাহাৰে লৈবেক বিচাৰ ॥ ৩০১৯৩
কাৰাগাৰে বন্দী হুয়া থাকে যিটোজন।
তাহাকো বিচাৰি নিতে কৰাবা ভোজন ॥
হৈবে ৰূপৱন্ত সদা বাক্যত চতুৰ।
কাৰ্য্যে কাৰ্য্যে বুজি বাক্য বুলিব মধুৰ ॥ ৩০১৯৪
হেন পৰিচাৰক নৃপতি লৈবা সঙ্গে।
লভিবা মুকুতি ভোগ ভুঞ্জিবাহা ৰঙ্গে ॥
নীচৰ বংশত যিটোজন হোৱে জাত।
দ্ৰব্য দেখি লুবুধ সদায় হোৱে চিত্ত ॥ ৩০১৯৫
সদায় প্ৰাণীকে হিংসা কৰে যিটোজন।
নিলাজ স্বভাৱ যাৰ হোৱে সৰ্ব্বক্ষণ ॥
হেন দুষ্ট জনক নলৈবা সঙ্গ কৰি।
আয়ু শ্ৰী যশস্যা তোমাৰ নিব হৰি ॥ ৩০১৯৬
হুইব সদকুলে জাত জ্ঞানেৰে সম্পূৰ্ণ।
যিটো বাক্য বোলে নেৰিবেক সেহিজন ॥
দেশৰ স্বভাৱ আৰো কালৰ ব্যৱস্থা।
নৃপতিৰ হিত কাৰ্য্য কৰিব সৰ্ব্বথা ॥ ৩০১৯৭
হেনসে জনক মন্ত্ৰী কৰিব নৃপতি।
তেবে নৃপতিৰ সুখ মিলিবে সম্প্ৰতি ॥
কাৰ্য্য অকাৰ্য্যক যিটো জনে নজানয়।
শাস্ত্ৰজ্ঞান কিঞ্চিতেকো যাত নৰহয় ॥ ৩০১৯৮
হেনসে জনক যিটো ৰাজা মন্ত্ৰী কৰে।
কুযশ বঢ়াৱে তাৰ দেশ ছন্ন কৰে ॥
সুন্দৰ অমাত্য সমে যিটো ৰাজাচয়।
নীতিযুক্ত হুয়া যিটো জনে প্ৰবৰ্ত্তয় ॥ ৩০১৯৯
হেন নৃপতিৰ জানা শত্ৰু নাহিকয়।
যদি শত্ৰু থাকে সিয়ো মিত্ৰতা লভয় ॥
আৰো কিছো কহো শুনা মন্ত্ৰীৰ লক্ষণ।
যিমতে মন্ত্ৰীক কৰিবেক পৰীক্ষণ ॥ ৩০২০০
নতুবা সম্বুদ্ধি অন্য কুলত জন্ময়।
সুন্দৰ কুলত সিটো জন্মিবে লাগয় ॥
হুইবেক স্বদেশী বেশ্যাকৰ্ম্মত ৰহিত।
কিছো অহঙ্কাৰ নহৈবেক শৰীৰত ॥ ৩০২০১

এহি গুণসব ৰাজা জিজ্ঞাসি চাহিব।
তেবেসে অমাত্য কৰি সহায় কৰিব ॥
শুনিয়োক আৰো কহো মন্ত্ৰীৰ চৰিত্ৰ।
বুদ্ধিত তৰুণ হুইব শৰীৰ পৱিত্ৰ ॥ ৩০২০২
সুন্দৰ চৰিত্ৰ হুইব গুণে ৰত্নাকৰ।
সুখ দুখ প্ৰাণীৰ বুজিবে নিৰন্তৰ ॥
সদায় ধৰ্ম্মত তাৰ নিমজিল চিত্ত।
ৰাজ্যভাৰ ধৰিবাৰ হোৱয় উচিত ॥ ৩০২০৩
সেহিসে জনক ৰাজা মন্ত্ৰী কৰি লৈব।
তেবে নৃপতিৰ কীৰ্ত্তি দেশে দেশে যাইব ॥
হৈব জাতি কুল সিটো নীতিক নজানে।
দীৰ্ঘদৰ্শী নোহে দেৱ ব্ৰাহ্মণ নমানে ॥ ৩০২০৪
হেনয় জনক যিটো ৰাজমন্ত্ৰী কৰে।
ৰাজ্য নষ্ট হোৱে সব কীৰ্ত্তি লোপ কৰে ॥
যদিবা মন্ত্ৰীৰ ৰাজা নপাৱয় চিত্ত।
তাত হিত মন্ত্ৰণা নকৈব কদাচিত ॥ ৩০২০৫
যদি হিত মন্ত্ৰণাক তাহাত কহয়।
ৰাজ্যত বিপত্তি হোৱে পাৰে ৰাজা ভয় ॥
সুন্দৰ বৃক্ষৰ বহ্নি থাকে অভ্যন্তৰে।
বায়ুৰ সংযোগে বৃক্ষ পুৰি ছন্ন কৰে ॥ ৩০২০৬
সেহিমতে দুষ্ট মন্ত্ৰী ৰাজাক দহয়।
নিশ্চয় কহিলো যুধিষ্ঠিৰ মহাশয় ॥
যাত ৰাজ-মন্ত্ৰণা কহিবা যুধিষ্ঠিৰ।
শুনিবাক উচিত নোহোৱে যিটো নৰ ॥ ৩০২০৭
তাহাক কহিবো মই শুনা মন দিয়া।
কৰিবা মন্ত্ৰণা হিত লোকসব নিয়া ॥
সদায়ে কুটিল ভাৱ ৰাজাত অহিত।
ইতৰ হোৱয় ৰাজা গুণেৰে বৰ্জ্জিত ॥ ৩০২০৮
সেহিজনে মন্ত্ৰণা শুনিবে যোগ্য নয়।
আমাৰ বচনে ৰাজা যাইবাহা প্ৰত্যয় ॥
শত্ৰুৰে সহিতে যদি হোৱে মিত্ৰৰতি
উত্তম লোকক তুচ্ছ দেখে প্ৰতিনিতি ॥ ৩০২০৯
পৰোক্ষে ৰাজাৰ যিটো চিন্তয় অহিত।
মন্ত্ৰণা শুনিবে সিটো নোহয় উচিত ॥
শাস্ত্ৰজ্ঞান কিঞ্চিতেকো নাহিকে যাহাৰ।
শুচি যে অশুচি কিছো নকৰে বিচাৰ ॥ ৩০২১০
নামাতি সুবুলি যিটো বসিয়া থাকয়।
শত্ৰুৰ থানত যিটো কৰয় আশ্ৰয় ॥
সদা ক্ৰোধযুক্ত সন্ত জনক নিন্দয়।
লোভাৱিষ্ট যিটোজন আতি মন্দাশয় ॥ ৩০২১১
যাহাৰ পিতৃক দণ্ড কৰিছে ডাঙ্গৰ।
তাহাৰ পুত্ৰক ৰাজা কৰিছে আদৰ ॥
এহি সবে মন্ত্ৰণা শুনিতে নাহি ভাল।
কহিলো তোমাত যুধিষ্ঠিৰ মহীপাল ॥ ৩০২১২
একবাৰ পূৰ্ব্বে দোষ আছয় আচৰি।
তাক আনি নৃপতি আছয় দায়া কৰি ॥
কণা কুজা হ্ৰস্ব নপুংসক যিটোজন।
আদৰৰ স্ত্ৰী যদি থাকয় একজন ॥ ৩০২১৩
এসম্বাক মন্ত্ৰণাক কৰিবে গুপুত।
যিটো ৰাজা হোৱে জানা পৰম পণ্ডিত ॥
আছয় সুন্দৰ বুদ্ধি বোলে পটুবাক।
অনেক সংশয় যত পাৰে ছেদিবাক ॥ ৩০২১৪
দেশস্থ লোকক সবে জানে ভাল কৰি।
সমস্ত লোকেও থাকে যাক দায়া কৰি ॥
আতি শুদ্ধ শুচি মন সদায়ে যাহাৰ।
মন্ত্ৰণা কৰিবে জানা সঙ্গত তাহাৰ ॥ ৩০২১৫
সদায়ে সন্তুষ্ট মন সবাৰে সম্মত।
সত্যবাদী হুইব সদা হিংসা বিবহিত ॥
যি বেলাত যেহিসে মন্ত্ৰণা হোৱে ভাল।
তাহাক জানয় আৰো বুজে সবে কাল ॥ ৩০২১৬

আতি পৰাক্ৰমী সৰ্ব্ব কাৰ্য্যতে পাৰ্গত।
মন্ত্ৰণা পুছিবে ৰাজা হেনসে লোকত ॥
সত্ত্বগুণে সমস্ত প্ৰাণীক বশ কৰে।
তাহাতো মন্ত্ৰণা পুছিবেক নৃপবৰে ॥ ৩০২১৭
শাস্ত্ৰ পৰমাৰ্থ জ্ঞান থাকয় যাহাত।
স্বভাৱকো জানিবেক যাৰ যেনমত ॥
নৃপতিৰ হিতকাৰ্য্যে ৰত সৰ্ব্বদায়।
সততে ৰাজাক দেখিবেক সমুদায় ॥ ৩০২১৮
মন্ত্ৰণাৰ যোগ্য হোৱে জানা সেহি জনা।
তাহাক আনিয়া ৰাজা কৰিবে মন্ত্ৰণা ॥
সত্য বিনে অসত্য নোবোলে কদাচিত।
পিতৃ পিতামহ ক্ৰমে গৈলেক মন্ত্ৰীত ॥ ৩০২১৯
দেশ নগৰৰ প্ৰাণী আছে যত মান।
সকলেয়ো বিশ্বাস কৰয় যাৰ স্থান ॥
যুদ্ধৰ নিৰ্ব্বন্ধ যত সকলোকে পাই।
মন্ত্ৰণা কৰিব ৰাজা তাসম্বাৰ ঠাই ॥ ৩০২২ন
এহি সৰ্ব্বগুণযুক্ত মন্ত্ৰী তিনি জনা।
বিশ্বাস কৰিয়া ৰাজা কৰিবে মন্ত্ৰণা ॥
এহিসে মন্ত্ৰণা যেন আনে নজানয়।
আপুনাৰ অঙ্গ কূৰ্ম্মে যিমতে ঢাকয় ॥ ৩০২২১
এহিমতে মন্ত্ৰণাক কৰিবে ৰহস্য।
তেবেসে শত্ৰুক কৰিবাক পাৰে বশ্য ॥
মন্ত্ৰীসে জানিবা ৰাজা মন্ত্ৰণাৰ মূল।
মন্ত্ৰীহীন ভৈলে হোৱে ৰাজ্যৰ নিৰ্ম্মূল ॥ ৩০২২২
সদ মন্ত্ৰী হৈলে প্ৰজাগণ সুখী হয়।
ৰাজাৰো সম্পত্তি বাঢ়ে শত্ৰু হোৱে ক্ষয় ॥
তিনি জন মন্ত্ৰী সমে মন্ত্ৰণা কৰিব।
তিনি তিনি প্ৰকাৰে যে মন্ত্ৰণা ৰচিব ॥ ৩০২২৩
তাহাৰ এগোটা পাচে থিৰ কৰি লৈব।
পণ্ডিত বিপ্ৰত আৰো গুৰুত পুছিব ॥
যদি গুৰু বিপ্ৰে তাক বোলয় বিশিষ্ট।
সেহি মন্ত্ৰণায়ে সাধে নৃপতিৰ ইষ্ট ॥ ৩০২২৪
এহিমতে মন্ত্ৰণা কৰিবা ধৰ্ম্মৰাজ।
সুখে ৰাজ্য ভুঞ্জিবাহা সিদ্ধি হুইব কাৰ্য্য ॥
কহো ইতিহাস আৰে শুনিয়ো সম্প্ৰতি।
যেহেন সম্বাদ ভৈলা ইন্দ্ৰ-বৃহস্পতি ॥ ৩০২২৫
ইন্দ্ৰে বোলে গুৰু শুনা বচন মোহোৰ।
কিমত স্বভাৱে পূজ্য হোৱয় লোকৰ ॥
সমস্ত প্ৰাণীয়ে বশ হোৱে কেন কৰি।
কীৰ্ত্তিক লভয় কেনে কহিয়ো সংহৰি ॥ ৩০২২৬
হাসি বৃহস্পতি পাচে দিলা প্ৰত্যুত্তৰ।
শান্ত স্বভাৱেসে হিত সাধয় লোকৰ ॥
প্ৰিয়বাক্যে পুৰুষৰ সাধে যশকীৰ্ত্তি।
কটুবাক্যে সাধে জানা পৰম অকীৰ্ত্তি ॥ ৩০২২৭
প্ৰাণী দেখি মাতয় ভ্ৰূকুটি কৰি মুখ।
মৰণতো কৰি সেহি জনে পাৱে দুখ ॥
সদা কোপ কৰি যিটো থাকয় নমাতি।
সেহিটো জনত সৰ্ব্বলোক বিৰকতি ॥ ৩০২২৮
প্ৰাণীক দেখিয়া পাচে যিটো লোকচয়।
অল্প কৰি হাস্য মৃদু বচনে পুছয় ॥
তাহাত জানিবা সব প্ৰাণীয়ে প্ৰসন্ন।
পৰোক্ষত প্ৰশংসা কৰয় তাৰ গুণ ॥ ৩০২২৯
কটুবাক্যে দেয় যদি ধন বহুতৰ।
তথাপি তাহাত তুষ্ট নোহে একো নৰ ॥
ব্যঞ্জন ৰহিত কৰি সুদা ভাত খায়।
তাত যেনে কোনো জনে তৃপিতি নপায় ॥ ৩০২৩০
তাহাৰো জানিবা আৰে এহি পটন্তৰ।
কহিলো তোমাত ইটো কথা পুৰন্দৰ ॥
যদি দান দিবাক নপাৰে একো প্ৰাণী।
অল্প হাস্য কৰি মৃদু বুজিবেক বাণী ॥ ৩০২৩১

তথাপি সকলো লোক হোৱে বশবৰ্ত্তী।
প্ৰশংসা কৰয় লোকে পাৱে বহু কীৰ্ত্তি ॥
দণ্ডধাৰী পুৰুষ আছয় যতজন।
এহি হেতু ধৰিবেক সত্তৰ লক্ষণ ॥ ৩০২৩২
সমস্ত ধৰ্ম্মৰ সিটো ফলক লভয়।
তাত হন্তে প্ৰাণীৰ নজন্মে কিছো ভয় ॥
তাৰ সম নাহিকয় পুৰুষ সুন্দৰ।
কহিলো তোমাত ইটো কথা পুৰন্দৰ ॥ ৩০২৩৩
এহিমতে বৃহস্পতি ইন্দ্ৰক শিখাইলা।
গুৰু শিক্ষা ধৰি শক্ৰে তাক আচৰিলা ॥
তুমি সেহিমতে আচৰাহা মহাৰাজ।
মনোনীত যত সিদ্ধি হৈবে সৰ্ব্ব কাৰ্য্য ॥ ৩০২৩৪
শুনা সৰ্ব্বজন ইটো কথা বিদগধ।
ইহাৰ শ্ৰৱণে সবে খণ্ডয় আপদ ॥
পৰম বৈষ্ণৱ ভীষ্ম সম নাহি আন।
যাহাৰ সাক্ষাত লক্ষ্মীপতি ভগৱান ॥ ৩০২৩৫
তেহো কহি আছে ইটো ধৰ্ম্মৰ ব্যাখ্যান।
যত্ন কৰি সকলে শ্ৰৱণে কৰা পান ॥
মুক্তিৰ পথকো সাধে জ্ঞান উপজয়।
প্ৰবৃত্তি নিবৃত্তি মাৰ্গ সবাকে জানয় ॥ ৩০২৩৬
দূৰে যায় মনৰ থাকয় যত মল।
কৃষ্ণ চৰণত শক্তি মিলয় সকল ॥
আন ধান্দা এৰি কৰা ইহাৰ শ্ৰৱণ।
তেবেসে চলিয়া যাইবা বিষ্ণুৰ ভুবন ॥ ৩০২৩৭
হেন দেখি কৃষ্ণ চৰণত কৰা সাৰ।
আপুনিয়ো তৰা কৰা পুৰুষ উদ্ধাৰ ॥
দ্বিজ লক্ষ্মীনাথে কহে ইসে মোক্ষ কাম।
নিৰন্তৰে নৰে ডাকি বোলা কৃষ্ণ ৰাম ॥ ৩০২৩৮

—*—

ছবি

যুধিষ্ঠিৰ নিগদতি পিতামহ মহামতি
পুছো আৰে মনৰ সংশয়।
পৃথিৱীৰ ৰাজাগণ কোন ধৰ্ম্ম আচৰিয়া
কেনে মহা কীৰ্ত্তিক লভয় ॥
ভীষ্মে পাচে হেন শুনি মাতিলন্ত মনে গুণি
যিটো নাতি পুছিলা আমাত।
শুদ্ধ ব্যৱহাৰ ধৰি প্ৰজা প্ৰতিপাল কৰি
যশ কীৰ্ত্তি লভে অসংখ্যাত ॥৩০২৩৯
ইহলোকে সদা সুখ ভোগক ভুঞ্জয় আৰো
পাৱে পৰলোকে যত সুখ।
ব্যতিক্ৰম ভৈলে জানা মহাপাপ সিদ্ধি হয়
মিলে পৰলোকে বৰ দুখ ॥
হেন শুনি যুধিষ্ঠিৰ মাতে পাচে ধীৰে ধীৰ
শুনিয়োক গঙ্গাৰ কুমাৰ।
কেনে ব্যৱহাৰ ধৰি প্ৰবৰ্ত্তয় ৰাজাগণে
কহিয়োক কাৰণ ইহাৰ ॥৩০২৪০
পুনু যুধিষ্ঠিৰে পাচে ভীষ্মত পুছন্ত কথা
মনে বৰ পাইলেক সংশয়।
কেনে লোক লৈয়া সঙ্গে ৰাজাগণে মনৰঙ্গে
ব্যৱহাৰ কৰিবে কেনয় ॥
পূৰ্ব্বে যিটো যিটো গুণ কহিলাহা পুৰুষৰ
সম্প্ৰতি নেদেখো একো জনে।
সকলো প্ৰজাৰ মধ্যে চাহিছো জিজ্ঞাসা কৰি
হেনজন নলৱয় মনে ॥৩০২৪১
হাসি ভীষ্মে বোলে বাণী শুনা ৰাজা মহামানী
তুমি বৰ বুদ্ধিত চতুৰ।
এহি গুণ-গণযুক্ত নাহি লোক ইকালত
প্ৰশংসিলো বচন তোমাৰ ॥
কিন্তু সংক্ষেপক কৰি কহিব তোমাত মই
যেনে মন্ত্ৰী লৈবাহা সঙ্গত।
চতুৰ্থ ব্ৰাহ্মণ আনি সদায়ে লগত লৈবা
যেনে শাস্ত্ৰে হৈবেক পাৰ্গত ॥৩০২৪২

ব্ৰাহ্মণত আতি ভক্ত দেশৰ হৈবেক হিত
নানা নীতি জানিব সমস্ত ।
প্ৰজাবো জানিবে মৰ্ম্ম ৰাজাবো জানিবে ধৰ্ম্ম
হেন নীতি শূদ্ৰক সঙ্গত ॥
লৈবা তুমি জিজ্ঞাসিয়া শুনা ৰাজা মন দিয়া
মোহৰ বচনে সাৰতত্ত্ব ।
পঞ্চাশ বৎসৰ হুইব বাক্যত চতুৰ আতি
হিংসা দ্বেষ নহৈব গাৱত ॥ ৩০২৪৩
হুইবে শুদ্ধমতি আতি ধৰ্ম্মাধৰ্ম্ম জানিবেক
নীতিযুক্ত সবাতে সমান ।
প্ৰাণীৰ বিবাদচয় গুচাইবাৰ শক্ত হয়
লোভাবিষ্ট নহৈব অজ্ঞান ॥
বৰ্জিব ব্যসন যত এহি অষ্ট গুণযুক্ত
হেন সপ্তজন লৈবা সুত ।
কহিব পুৰণিকথা সদা তাত দিবা চিত্ত
সিটো কথা শুনিবা নিতান্ত ॥৩০২৪৪
অষ্টজন মন্ত্ৰী লৈয়া কৰিবে মন্ত্ৰণা ৰাজা
পাচে তাক সুধিবে সবাত ।
প্ৰজাৰ বুজিবে বল সিদ্ধি হৈবে সৰ্ব্বকাৰ্য্য
প্ৰাণীয়ো হৈবেক আনন্দিত ॥
কহিবেক নানাভাৱে বুজিয়া লৈবাহা তাক
তেবে সিদ্ধি হৈবে সৰ্ব্বকাৰ্য্য ।
স্বকীয় মন্ত্ৰণাচয় গোপ্য কৰি কৰিবাহা
এহিমতে ভুঞ্জিবাহা ৰাজ ॥ ৩০২৪৫
দুখিতক যিটোজন পীড়াক কৰয় বলে
ভৃত্য হুই কৰয় গোচৰ ।
দিয়া কতো আল-ভাল জানিবেক তত কাল
আগ কৰি চপাইবা ওচৰ ॥
পুছিবাহা মৃদু বাণী কহিবেক দুয়ো প্ৰাণী
ভালমতে জিজ্ঞাসিবা তত্ত্ব ।
ব্যক্ত কৰি দোষগুণ যদি পোৱা তেতিক্ষণ
দণ্ড ধৰি খেদাইবা ত্বৰিত ॥ ৩০২৪৬
যদিবা লাগয় সাক্ষী পুছিবা আপুনি দেখি
তাক আনি লৈবাহা প্ৰমাণ ।

সাক্ষী মুখে যিটোজন পৰয় দোষত জানা
দণ্ডিবা আপুনি বিদ্যমান ॥
যদি দুয়ো জন সাক্ষী দিবে জানা মহাশয়
তাহাকো আনিয়া জিজ্ঞাসিবা ।
এক কথা ভিন্নে কয় তোমাত কহিলো মই
ভালমতে সাক্ষীক দণ্ডিবা ॥ ৩০২৪৭
জানিবাহা নাহি সাক্ষী দিবাহা পৰীক্ষা বুদ্ধি
যদি সিটো পৰে পৰীক্ষাত ।
দোষ অনুৰূপে দণ্ড কৰিবাহা যুধিষ্ঠিৰ
নিৰ্দ্দোষক দিবা অৰ্থ যত ॥
দুৰ্ব্বৃত্ত যিজন হোৱে প্ৰহাৰ কৰিয়া তাক
নীতিমন্ত কৰিবা আপুনি ।
শাস্তগুণে জানা সাধু জনক সম্প্ৰতি তুমি
প্ৰতিপাল কৰিবাহা জানি ॥ ৩০২৪৮
নৃপতিৰ বধ যিটো জনে জানা ইচ্ছা কৰে
তাহাকো বধিবা দুখ দিয়া ।
আৰো বা দুৰ্জ্জন জন চুৰি কৰি ফুৰে যিটো
ফুৰে বেশ্যা কৰ্ম্মক কৰিয়া ॥
তাক ধৰি নৃপতিয়ে যত্ন কৰি দণ্ডিবেক
আত ধৰ্ম্ম বাঢ়ে নৃপতিৰ ।
অবিচাৰ কৰি প্ৰাণী- গণক দণ্ডয় যিটো
ইহলোকে লভয় অকীৰ্ত্তি ॥ ৩০২৪৯
মৰিয়ো নৰকে যায় শুনা যুধিষ্ঠিৰ ৰায়
অকাৰণে নদণ্ডিবা প্ৰজা ।
পৰৰ দোষত যিটো পৰক আনিয়া দণ্ডে
নকৰিব বুদ্ধিমন্ত ৰাজা ॥
আৰো কহো ধৰ্ম্মৰাজ কৰিবা যিমত কাৰ্য্য
যদিবা পৰাহা আপদত ।
পৰৰ দূতক ধৰি নদণ্ডিবা কদাচিতো
ইটো জানা শাস্ত্ৰৰ সম্মত ॥ ৩০২৫০
দণ্ডিলে অযশ পায় মন্ত্ৰী সমে নৰ্কে যায়
আক মই কহিলো তোমাক ।
যদিবা দূতক জানা খৰ্ব্ব বাক্য বুলিবাক
শিখায়া পঠাবে কদাচিত ॥

পাছে সেহি দূতে আসি নৃপতিৰ মুখ চাই
সেহিৰূপে বোলয় বচন।
তথাপিতো নৃপতিয়ে নদশুিয়া কদাচিতো
ধৈৰ্য্য ধৰি বৈবেক তেখন ॥ ৩০২৫১
ক্ৰোধত থাকিয়া যদি দূতক দণ্ডয় ধৰি
আপুনি নৰকে কৰে গতি।
সিটো নৃপতিৰ পিতৃ- পিতামহ আদি কৰি
ভ্ৰূণহত্যা পাৱয় সম্প্ৰতি ॥
হুইবে সদকুলে জাত সুন্দৰ স্বভাৱ আতি
হৈবেক চতুৰ ধৈৰ্য্যৱন্ত।
বুলিলেক প্ৰিয় বাক যিটো দেখে বোলে তাক
দক্ষ হুইবে সমস্তে কাৰ্য্যত ॥ ৩০২৫২
শুনিয়োক সৰ্ব্বজন ৰাজধৰ্ম্ম বিতোপন
শ্ৰৱণত মিলয় মুকুতি।
পাইবাহা সবাৰো মৰ্ম্ম সিদ্ধি হুইব মন কাম
অন্তে বৈকুণ্ঠত লৈবা থিতি ॥
কত পুণ্য কৰি আসি পুণ্যভূমি ভাৰতত
লভি আছা ইটো নৰ তনু।
জন্ম নকৰিয়ো বৃথা শুনিয়ো কৃষ্ণৰ কথা
মহাসুখ লভিবাহা পুনু ॥ ৩০২৫৩
অৰ্থচয় উপাৰ্জ্জন্তে ইষ্ট কুটুম্বক পুষি
মিছাতে আয়ুস কৰা পাত।
ধৰা মাধৱৰ নাম হস্তে কৰা তান কাম
নকৰা আপুনি আত্মঘাত ॥
দীন দ্বিজ লক্ষ্মীনাথ কৃষ্ণ পাৱে থৈয়া মাথ
ইটো ছবি ৰচিলা সম্প্ৰতি।
শুনা সমজ্যাৰ লোক এৰি সবে হিংসা শোক
ৰাম বুলি শুদ্ধ কৰা মতি ॥ ৩০২৫৪

---

পদ

হুইব ধৈৰ্য্যৱন্ত নৃপতিত আতি হিত।
সকলো প্ৰাণীৰ জানা হুইব প্ৰশংসিত ॥
যত ব্যূহ ৰচনাৰ জানিব ব্যৱস্থা।
শত্ৰুৰ চিত্তৰ বুজিবেক পাৰে কথা ॥ ৩০২৫৫
যত যন্ত্ৰ আছে মানে জানিব সবাকে।
অস্ত্ৰ শস্ত্ৰ সকলোকে জানে মাৰিবাকে ॥
আতি পৰাক্ৰমী হুইব বুদ্ধিত সুজান।
ভদ্ৰাভদ্ৰ সমস্তৰে থাকিবেক জ্ঞান ॥ ৩০২৫৬
বাতবৃষ্টি শীত উষ্ণ সহিবে পাৰয়।
সেহি জনা সেনাপতি হুইবে যোগ্য হয় ॥
যুধিষ্ঠিৰে বোলে শুনা গঙ্গাৰ তনয়।
কেন নগৰত ৰাজা নিবাস কৰয় ॥ ৩০২৫৭
ইহাক প্ৰপঞ্চি তুমি কহিয়োক মোত।
যেন নগৰত ৰাজা হুইব উপস্থিত ॥
নৃপতিৰ বাণী শুনি ভীষ্ম নিগদতি।
যি কহিলা তাক মই কহিবো সম্প্ৰতি ॥ ৩০২৫৮
প্ৰহৰ অন্তৰে চতুষ্পাশে হুইব ৰণ।
তাহাত ৰাখিব পথ কৰি বিতোপন ॥
যেন শত্ৰুগণে তাক লঙ্ঘিতে নপাৰে।
এহিমতে দুৰ্গ কহিলোহো সাৰে সাৰে ॥ ৩০২৫৯
তাৰ অভ্যন্তৰে জানা গিৰি দুৰ্গ হুইব।
জল দুৰ্গ কৰি তাক ভিতৰে থাপিব ॥
তাৰ চতুষ্পাশে জানা কইব বৃক্ষচয়।
শত্ৰুগণে দেখি যেন পাৱে মহাভয় ॥ ৩০২৬০
তাত পাচে মৃত্তিকাৰ নিবন্ধিব গড়।
সবাৰো ভিতৰে হুইব দুৰ্গ মনুষ্যৰ ॥
এহি ছয় দুৰ্গ কৰি নিৰ্ম্মিৱন্ত স্থান।
তাত নিবন্ধিব নৃপতিৰ গৃহগণ ॥ ৩০২৬১
থানে থানে দেৱতা থাপিব নৃপবৰে।
পণ্ডিত ব্ৰাহ্মণ আনি থৈব অনন্তৰে ॥
সদায়ে ব্ৰাহ্মণে কৰিবেক বেদবাদ।
দূৰ হন্তে শুনি যেন বেদৰ সম্বাদ ॥ ৩০২৬২

হস্তী অশ্ব ৰথ আৰো অসংখ্য পদাতি।
নিযোজিয়া থানে থানে থৈবেক নৃপতি॥
ধান্য আয়ুধৰ কৰিবেক গৃহগণ।
তাহাক ভৰিয়া থৈব কৰিয়া সম্পূৰ্ণ॥ ৩০২৬৩
দেৱ ব্ৰাহ্মণৰ সদা পূৰিবেক আশ।
হেনয় পুৰত নৃপে কৰিবে নিবাস॥
যজ্ঞ কৰি দান দিবে ব্ৰাহ্মণসবক।
সেহি দান হন্তে পীড়া নিদিবে পৰক॥ ৩০২৬৪
যদি কৰ্ম্ম কৰন্তে প্ৰাণীৰ পীড়া কৰে।
প্ৰাণীকো নপাৰে সিটো ধৰ্ম্ম নিৰন্তৰে॥
বৃথাত কৰয় কৰ্ম্ম পীড়িয়া পৰক।
ফল নষ্ট হোৱে সিটো চলয় নৰক॥ ৩০২৬৫
এতেকে কৰিবা দান অহিংসা স্বভাৱে।
এক গুণ কৰিলে শতগুণ ফল পাৱে॥
যুধিষ্ঠিৰে বোলে শুনা বচন মোহোৰ।
নিবাসৰ থান কহিলোহো নৃপতিৰ॥ ৩০২৬৬
কেনমতে প্ৰতিপাল কৰিবে প্ৰজাক।
ৰাজ্য সংগ্ৰহক কেনমতে কৰিবেক॥
যদি মোত অনুগ্ৰহ আছয় তোমাৰ।
স্বৰূপ কৰিয়া কহা শান্তনুকুমাৰ॥ ৩০২৬৭
হাসি ভীষ্মে বোলে শুনা কুন্তীৰ নন্দন।
কহো সাৰশেষ তুমি শুনা এক মন॥
প্ৰতিগ্ৰামে অধিকাৰ থৈবা একোজন।
এহি ৰূপে দশৰ উপৰি একজন॥ ৩০২৬৮
বিংশতি গ্ৰামৰ মধ্যে নিয়োজিবা এক।
আৰো জন কৰি গ্ৰাম দিবাহা শতেক॥
সহস্ৰৰো মধ্যে এক নিয়োজিবা পাচে।
এহিসে নিৰন্ধ জানা পূৰ্ব্ব হন্তে আছে॥ ৩০২৬৯
গ্ৰামে যত দোষ অধিকাৰে বিচাৰিব।
জিজ্ঞাসিয়া যত দোষীগণক দণ্ডিব॥
গ্ৰামাধিপে যদি নপাৰয় কদাচিত।
দশ অধিপতি গৈয়া কৰিবে বিদিত॥ ৩০২৭০
এহিমতে বিংশতি শতেক সহস্ৰত।
তাৰ আগে গৈয়া পাচে কৰিব বেকত॥
এহিৰূপ পাতিয়া দিবাহা অধিকাৰ।
চৰ দিয়া চৰিত্ৰ বুজিবা তাসম্বাৰ॥ ৩০২৭১
চলে পাইলে প্ৰাণীক মাৰয় যিবাজন।
সদায়ে পাপত ভ্ৰমি ফুৰে যাৰ মন॥
পৰৰ দ্ৰব্যক যিটো বলেৰে আনয়।
চৌৰভাৱ ধৰি যিটো সৰ্ব্বস্ব হৰয়॥ ৩০২৭২
দুৰ্জ্জন বৃত্তিক ধৰি ফুৰে যিটো নৰ।
খলৰ স্বভাৱ ধৰে নতুবা সবৰ॥
তাসম্বাৰ হন্তে প্ৰজাগণক ৰাখিব।
তেবেসে ৰাজাৰ জানা ধৰ্ম্ম সিদ্ধি হুইব॥ ৩০২৭৩
কহিলো তোমাত মই কাৰণ ইহাৰ।
যিমতে নৃপতি কৰ লৈবেক প্ৰজাৰ॥
ৰাজা পথে নিবন্ধিব হাট গঞ্জ স্থান।
তাত ক্ৰয়-বিক্ৰয় কৰয় যিবা জন॥ ৩০২৭৪
বিক্ৰয় কৰিব অন্ন-ব্যঞ্জন সহিতি।
এহিমতে গঞ্জচয় নিৰ্ম্মিব নৃপতি॥
সেহি গঞ্জে যতেক দেখহ প্ৰাণীচয়।
যেহি যিবা দ্ৰব্য আনি বিক্ৰয় কৰয়॥ ৩০২৭৫
সেহি সেহি দ্ৰব্য ৰাজা কৰিবা গণন।
কোন কোন লোকে কত বেচাৱয় ধন॥
তাৰতম্য বুজি কৰ লৈবেক নৃপতি।
বিসঙ্গতি ভৈলে দোষ লভয় সম্প্ৰতি॥ ৩০২৭৬
শিল্পবিদ্যা কৰি যিবা জনে আৰ্জ্জে ধন।
তাহাৰো নৃপতি জানা জিজ্ঞাসিব মন॥
তাৰো কৰ নৃপতি লৈবেক সেহিমতে।
তাত যেন অন্যায় নহৈব সবাহাতে॥ ৩০২৭৭

অন্যায়ত যিটো নৃপতিয়ে লোৱে কৰ।
সেহি নৃপতিক হিংসে প্ৰাণী নিৰন্তৰ ॥
প্ৰজাৰ হিংসাত নৃপতিয়ে পাৱে কষ্ট।
ৰাজকাৰ্য্য মানে সবাহাৰে হোৱে নষ্ট ॥ ৩০২৭৮
এতেকে নৃপতি জানা হুইব বৎস প্ৰায়।
ধেনুৰূপ জানা প্ৰজা যুধিষ্ঠিৰ ৰায় ॥
যেনমতে বৎসে দুগ্ধ পানক কৰয়।
সেহিমতে নৃপতিয়ে লৈবে কৰচয় ॥ ৩০২৭৯
আদৰত ধেনুৱে পিয়াৱে বৎসগণ।
বৎসৰো উদৰ ভৰে প্ৰসন্ন বদন ॥
পীড়াকো নপাৱে ধেনু স্নেহ বাঢ়ি যায়।
সেহিমতে লৈবা কৰ তুমি মহাৰায় ॥ ৩০২৮০
পুষ্পৰ মধুক যেন পিৱয় ভ্ৰমৰ।
সেহিমতে নৃপে কৰ লৈবেক ৰাজ্যৰ ॥
ব্যাঘ্ৰী যেন প্ৰসৱ কৰয় পুত্ৰগণ।
প্ৰসৱ কৰিয়া এক কৰয় ভোজন ॥ ৩০২৮১
সেহিমত নহৈবে জানিবা নৃপচয়।
সদা বৎসপ্ৰায় হুইব ভ্ৰমৰৰ নয় ॥
বিপ্ৰসকলৰ কৰ নলৈব কিঞ্চিত।
ব্ৰাহ্মণক হিংসে যিটো নৃপ গৰিহিত ॥ ৩০২৮২
আকে জানি বিপ্ৰগণ প্ৰতিপাল কৰা।
ক্ষত্ৰিয়ৰ ধৰ্ম্ম ধৰি শত্ৰুক সংহৰা ॥
সদা যজ্ঞ যজি সাধা আপুন কল্যাণ।
বিপ্ৰক তুলিয়া ধন বস্ত্ৰ দিবা দান ॥ ৩০২৮৩
আপুনাক তুমি ৰাখিবাহা ভালমতে।
তেবে সৰ্ব্বজনে ৰক্ষা পৱে অব্যাহতে ॥
গুপ্তচৰ দিয়া শত্ৰু মিত্ৰ জিজ্ঞাসিব।
সেই চৰে গৈয়া দেশ পৰ্য্যটি ফুৰিব ॥ ৩০২৮৪
কোন জনে নৃপতিক সদা কৰে নিন্দা।
প্ৰশংসা কৰিয়া কোন জনে কৰে বন্দা ॥
কিবা সৰ্ব্বজনে নৃপতিৰ কৰে দোষ।
নতুবা ৰাজাৰ সৰ্ব্বজনে কহে যশ ॥ ৩০২৮৫
আৰু সৰ্ব্বক্ষণে বিচাৰিব নৃপচয়।
তেবেসে ৰাজাৰ সুখ সম্পত্তি মিলয় ॥
চৰহীন নৃপতি ভৈলেক যেন অন্ধ।
তাহাক দণ্ডিবে কৰে বিধিয়ে প্ৰবন্ধ ॥ ৩০২৮৬
ৰাজ্যৰ সংগ্ৰহ গুপ্তি কহিলো তোমাত।
আত অনন্তৰে কথা শুনিয়োক তাত ॥
মান্ধাতাত উতথ্য ঋষিয়ে কৈলা যত।
সেহি ৰাজনীতি কৈবো তোমাৰ আগত ॥ ৩০২৮৭

উতথ্য-মান্ধাতা সংবাদ কথন

উতথ্য বদতি শুনা মান্ধাতা নৃপতি।
ধৰ্ম্মৰ নিমিত্তে জানা হুইব নৰপতি ॥
বুদ্ধি অনুসাৰে নকৰিবে প্ৰবৰ্ত্তন।
প্ৰজাক ৰাখিব ৰাজা কৰিয়া যতন ॥ ৩০২৮৮
ৰাজা যদি ধৰ্ম্মক আচৰে সৰ্ব্বক্ষণ।
সেহিটো নৃপতি জানা দেৱৰ সমান ॥
অধৰ্ম্ম কৰিলে কৰে নৰকে গমন।
কহিলো তোমাত মই ইসব কাৰণ ॥ ৩০২৮৯
নৃপতিত আশ্ৰয় কৰয় ধৰ্ম্মচয়।
সেহিসে ধৰ্ম্মক প্ৰাণীগণে আচৰয় ॥
সিটো ধৰ্ম্মচয় যিটো ৰাখয় নৃপতি।
তেবে সেহিজন জানা পৃথিবীৰ প্ৰতি ॥ ৩০২৯০
পৰম অধৰ্ম্মী যদি হোৱে নৰেশ্বৰ।
তথাপি ঐশ্বৰ্য্য তাৰ হোৱয় বিস্তৰ ॥
দেৱতাসকলে তাক গৰিহা কৰয়।
সৰ্ব্বলোকে পাপিষ্ঠ বুলিয়া তাক কয় ॥ ৩০২৯১
অধৰ্ম্মত ৰত ভৈলে তভো হোৱে অৰ্থ।
ধৰ্ম্ম নষ্ট হুয়া পাচে সাধয় অনৰ্থ ॥

যদি পাপ নিবৃত্তি কৰিবে নপাৰয়।
তাত হন্তে উৎপন্ন হোৱে মহাভয় ॥ ৩০২৯২
সাধু অসাধুত বাক্য ভৈল একাকাৰ।
যত দ্ৰব্য দেখে বোলে সকলে আমাৰ ॥
অপূৰ্ব্ব সুন্দৰী কন্যা কৰে বেশ লাশ।
মোৰ ভাৰ্য্যা বুলি গৈয়া চাপে তাইৰো পাশ॥৩০২৯৩
দেৱতা অতিথি পিতৃ কাহাকো নাজানে।
আপুনাক সৰ্ব্বদেৱ বুলি মনে মানে ॥
বিপ্ৰে নপঢ়য় বেদ যজ্ঞ নকৰয়।
বেদপথ এৰি সদা অধৰ্ম্মে চলয় ॥ ৩০২৯৪
বৃদ্ধ ভৈলে প্ৰাণী যেন গাৱে নাহি থিৰ।
জানা এহি পটন্তৰ সমস্তে প্ৰাণীৰ ॥
ইহ সুখ পৰলোকে জিজ্ঞাসিয়া মনে।
পূৰ্ব্বে নৃপতিক স্ৰজি আছে ঋষিগণে ॥ ৩০২৯৫
যিসব নৃপতি সদা হোৱে ধৰ্ম্মময়।
তাকে বোলে ৰাজা তুমি জানা মহাশয় ॥
দেশত বাঢ়িলে ধৰ্ম্ম বাঢ়ে প্ৰজাগণ।
ধৰ্ম্ম নষ্ট ভৈলে জানা প্ৰজা হোৱে ছন্ন ॥৩০২৯৬
এতেকে ধৰ্ম্মক ৰাজা কৰিবে ৰক্ষণ।
জানা সমস্তৰে ৰাজা ধৰ্ম্মেসে কাৰণ ॥
ধনৰ আগ্ৰহ ভৈলে ধৰ্ম্ম নষ্ট হয়।
ন্যায় ৰূপে লৈলে কৰ স্বধৰ্ম্ম বাঢ়য় ॥ ৩০২৯৭
এতেকে উচিত কৰ লৈবেক নৃপতি।
তাকেসে বোলয় কৰ কহিলো সম্প্ৰতি ॥
এহি ধৰ্ম্মে সকলো অধৰ্ম্ম নষ্ট কৰে।
এহি হেতু ধৰ্ম্মক স্ৰজিলা সৃষ্টিকৰে ॥ ৩০২৯৮
এতেকে ধৰ্ম্মক বঢ়াইবেক নৃপবৰ।
তেবেসে হুইবেক বৃদ্ধি প্ৰজা নিৰন্তৰ ॥
সদা ব্ৰাহ্মণত ধৰ্ম্ম হোৱে উতপতি।
এতেকে বিপ্ৰক পুজিবেক নৰপতি ॥ ৩০২৯৯

যি কৰ্ম্মত বিপ্ৰগণে ক্ৰোধক লভয়।
বিপ্ৰৰ ক্ৰোধত ৰাজা পাৱে মহাভয় ॥
বিপ্ৰক কোপত আৱে দেখিয়ো প্ৰত্যেক।
বলিক তেজিয়া লক্ষ্মী ভজিলা ইন্দ্ৰক ॥ ৩০৩০০
ইন্দ্ৰৰ সম্পত্তি দেখি পাচে বলিৰায়।
দুঃসহ পীড়াক পায়া কাম্পে সৰ্ব্বকায় ॥
বিপ্ৰৰ হিংসাত হোৱে ইমত বিপত্তি।
কহিলো তোমাত জানা মান্ধাতা নৃপতি ॥ ৩০৩০১
যদি তুমি কল্যাণক বাঞ্ছস প্ৰবুদ্ধ।
তেবে তো বিপ্ৰৰ মনে নোতোলাইবা ক্ৰোধ ॥
তেবে লক্ষ্মী তোমাসাক নকৰয় ত্যাগ।
কহিলো স্বৰূপ ইটো কথা মহাভাগ ॥ ৩০৩০২
দৰ্প নামে পুত্ৰ জন্মিলেক অধৰ্ম্মৰ।
ধৰ্ম্ম ধৰি আক যিটো জিনে নৃপবৰ ॥
তাকেসে নৃপতি বুলি জানিবা মান্ধাতা।
দৰ্প জিনিবাক যিটো নপাৰে নিষ্ঠতা ॥ ৩০৩০৩
তাক ৰাজা বুলিবাৰ যোগ্য নুহিকয়।
জানিবাহা সিটো ৰাজা দোষৰ আলয় ॥
যদি তুমি ৰাজলক্ষ্মী বাঞ্ছা চিৰকাল।
দম্ভ-দৰ্প এৰি ৰাজ্য ভুঞ্জিয়ো সকল ॥ ৩০৩০৪
আৰো কহো কথা তুমি শুনিয়ো সাক্ষাত।
নজানয় কন্যা ইটো কৈত ভৈলা জাত ॥
যিটো নাৰী বেশ্যাৰ কৰ্ম্মত ভৈলা ৰত।
যিসব নাৰীৰ জানা নাহিকয় সুত ॥ ৩০৩০৫
পৰভাৰ্য্যা সুন্দৰীক দেখয় সতত।
ইসবত ৰাজা মন্ত্ৰী নহৈব সঙ্গত ॥
যদি বেশ্যা কৰ্ম্মে ৰাজা মন্ত্ৰী প্ৰবৰ্ত্তয়।
তাহাৰ বংশত জানা ৰাক্ষস জন্ময় ॥ ৩০৩০৬
সিটো ৰাজা মন্ত্ৰীৰ নজন্মে পুত্ৰচয়।
নিশ্চয়ে জানিবা ৰাজা কন্যাসে জন্ময় ॥

উতথ্য বদতি শুনা মান্ধাতা নৃপতি।
যিসব ৰাজাৰ ভৈলা স্বধৰ্ম্মত ৰতি ॥ ৩০৩০৭
কালত বৰিষে মেঘগণ নিৰন্তৰ।
মহাসুখে থাকে প্ৰাণী সেহিসে দেশৰ ॥
যদি বা নৃপতি কৰে উৎপথে গমন।
তাৰ পুত্ৰ ভাৰ্য্যায়ে সুহৃদ বন্ধুগণ ॥ ৩০৩০৮
হয় হস্তী আদি কৰি যত পশুচয়।
সবাৰো মনত বৰ বিষাদ নিশ্চয় ॥
অন্যায়ৰ বল ৰাজা বুজা অভিপ্ৰায়।
এহি হেতু ৰাজাক স্ৰজিলা বিধাতায় ॥ ৩০৩০৯
মিছা অপবাদ যদি দেয় একজনে।
তাহাক তৰাইব ধৰ্ম্মৱন্ত নৃপগণে ॥
অন্যায় কৰিয়া যিটো জিনে বিবাদত।
তাসম্বাকো নৃপতি তৰাইবে স্বধৰ্ম্মত ॥ ৩০৩১০
যদি বা তাহাত বোলে অন্যায় বচন।
মিথ্যাবাদে দুখ পাই কৰয় ক্ৰন্দন ॥
তাসম্বাৰ চক্ষুৰ লোতক যদি পৰে।
জানিবা ৰাজাৰ পুত্ৰ পশুগণ মৰে ॥ ৩০৩১১
সত্য বাক্য সততে নেৰিবা নৰপতি।
ব্ৰাহ্মণক ভুমিদান কৰিবা সম্প্ৰতি ॥
অতিথিক নিতে কৰিবেক শুশ্ৰূষণ।
সততে ভৃত্যৰ জানা পূৰিবেক মন ॥ ৩০৩১২
এহিসে ৰাজাৰ ধৰ্ম্ম কহিলো নিশ্চয়।
কহিলো মান্ধাতা আৰো নাহিকে সংশয় ॥
হেনয় নীতিক পাচে উতথ্যে কহিলা।
সেহি ধৰ্ম্মে মান্ধাতা নৃপতি প্ৰবৰ্ত্তিলা ॥ ৩০৩১৩
পুনঃ যুধিষ্ঠিৰ ৰাজা ভীষ্মক বোলয়।
ক্ষত্ৰিয়ৰ যুদ্ধৰ ব্যৱস্থা কেন নয় ॥
কেনয় স্বৰূপে জিনিলেসে পাৱে ধৰ্ম্ম।
শুনিবাক চিত্ত যায় কহা তাৰ মৰ্ম্ম ॥ ৩০৩১৪
হাসি ভীষ্মে বোলে ওবা বংশধৰ নাতি।
কহো যুধিষ্ঠিৰ আৰো শুনা কৰ্ণ পাতি ॥
অসম্বন্ধ হুয়া আসে যুদ্ধক ইচ্ছাই।
ইগোটায়ো সেহিমতে তাক যাইব ধাই ॥৩০৩১৫
যদি অস্ত্ৰ-শস্ত্ৰহীন হোৱে সমৰত।
তাহাক নকৰি যুদ্ধ থাকিয়া ধৰ্ম্মত ॥
সংগ্ৰামত মৰি বীৰে পাৱে কোন লোক।
ইহাক কহিবো মই ৰাজা শুনিয়োক ॥ ৩০৩১৬

### ইন্দ্ৰ-অম্বৰীষ সংবাদ কথন

ইন্দ্ৰ অম্বৰীষৰ সংবাদ ভৈলা যেন।
তোমাক বুজাইবো ৰাজা সিসব বচন ॥
নাভাগৰ পুত্ৰ অম্বৰীষ নৰেশ্বৰ।
তেহে চলি গৈলা পাচে অমৰাৱতী পুৰ ॥ ৩০৩১৭
আছে পুৰন্দৰ বসি দিব্য সভা পাতি।
দেখিয়া বিচিত্ৰ সভাখানৰ জেউতি ॥
সেনাপতি সুদেৱক দেখিলন্ত তাত।
বাসৱৰ অৰ্দ্ধাসনে বসিয়া আছন্ত ॥ ৩০৩১৮
সেনাপতি সুদেৱক অম্বৰীষে দেখি।
কতোবেলি মানে ৰাজা আছিলা নিৰেখি ॥
তাহাৰ সম্পত্তি দেখি বিস্ময় লভিলা।
ধীৰে ধীৰে বাসৱত পুছিবে লাগিলা ॥ ৩০৩১৯
অম্বৰীষ বদতি শুনিয়ো পুৰন্দৰ।
সাগৰান্ত ইটো পৃথিবীক নিৰন্তৰ ॥
বিধিৰ বিধান ধৰি পালিলো পৃথিবী।
নানা যজ্ঞ কৰি আছো দেৱতাক সেবি ॥ ৩০৩২০
চাৰিয়ো বৰ্ণৰ মধ্যে বেদধৰ্ম্মচয়।
সকলো প্ৰাণীত প্ৰৱৰ্ত্তিয়া আছো মই ॥
ব্ৰহ্মচৰ্য্য ব্ৰততেৰে বৰ্জিলো লক্ষ্মীপতি।
সদায়ে ক্ষত্ৰিয় ধৰ্ম্মে হুয়া আছো স্থিতি ॥ ৩০৩২১

এহিটো সুদেৱ জানা অল্প মতিজন।
মোক অতিক্ৰমি তৱ পাইলা অৰ্দ্ধাসন ॥
নাহি কিছো তপ যপ যজ্ঞ কৰ্ম্ম দান।
তথাপিতো কেনে হেন পাইলেক বিমান ॥৩০৩২২
পুৰন্দৰ বদতি নৃপতি অম্বৰীষ।
কহো ইটো কথা তুমি শুনিয়ো হৰিষ ॥
এহিটো সুদেৱ জানা পৰম সজ্জন।
যুদ্ধ কৰি তাতে এৰিলেক নিজ প্ৰাণ ॥ ৩০৩২৩
প্ৰাণক টাকিয়া স্বধৰ্ম্মত যিটো জন।
শত্ৰুৰ সম্মুখ হুয়া কৰে ঘোৰ ৰণ ॥
সেহি যুদ্ধ যজ্ঞে পৰি পাৱে যিটো থান।
কহিলো তোমাত ৰাজা স্বৰূপ আখ্যান ॥৩০৩২৪
অম্বৰীষে বোলে শুনা সহস্ৰলোচন।
কেনে যজ্ঞ বোলে আক কহিয়ো কাৰণ ॥
কোন হৱনীয় দ্ৰব্য কাক বোলে ঘৃত।
কোন ভৈল ঋত্বিজ দক্ষিণা কেনমত ॥ ৩০৩২৫
ইন্দ্ৰে বোলে শুনা অম্বৰীষ মহামানী।
যি পুছিলা কহো শুনা স্বৰূপ কাহিনী ॥
যুদ্ধ যজ্ঞে ঋত্বিজ ভৈলেক হস্তীচয়।
বিধিদৰ্শী ভৈলা তাত ঘোটক নিশ্চয় ॥ ৩০৩২৬
হবি দ্ৰব্য ভৈলা তাত শত্ৰু মাংসগণ।
শোণিতক আজ্য কৰি কৰয় হবন ॥
শৃগালক আদি কাক গৃধ্ৰ যে ক্ৰব্যাদ।
যজ্ঞৰ জানিবা এহি লোক সভাসদ ॥ ৩০৩২৭
যজ্ঞ শেষ হবি দ্ৰব্য আজ্য সমস্তয়।
পৰম আনন্দ কৰি তেসম্বে ভুঞ্জয় ॥
পৰশু তোমৰ শক্তি পাশ মুদ্গৰ।
আকে স্ৰুৱ বুলি তুমি জানিবা যজ্ঞৰ ॥ ৩০৩২৮
ধনু হস্তে নিকলীয়া যায় শৰগণ।
তাকে স্ৰুক্ বুলি জানা নাভাগ-নন্দন ॥
অগ্নিৰ বৰ্দ্ধক ভৈলা তীক্ষ্ণ খড়্গচয়।
শক্তিশেল শত্ৰু গাৱে যত প্ৰহাৰয় ॥ ৩০৩২৯
ক্ষত হুয়া বোম্বালে ৰুধিৰ হোৱে ৰাজ।
সেহি পূৰ্ণাহুতি বুলি জানিবাহা ৰাজ ॥
কাট কাট মাৰ মাৰ বোলে ছেদ ভেদ।
এহি সব খৰ্ববাণী ভৈলা সামবেদ ॥ ৩০৩৩০
সহস্ৰে সহস্ৰে হস্তী ঘোটক অপাৰ।
দোলাদোলে মৰে যত পৰ্ব্বত আকাৰ ॥
তাকে চেনচিত্ত নামে অগনি বোলয়।
যৈত সহস্ৰেক সেনা মৰিয়া পৰয় ॥ ৩০৩৩১
তাহাতে কবন্ধ উঠে বিকৃত কুৰূপ।
তাহাকে জানিবা ৰাজা সেহি যজ্ঞ যূপ ॥
শৰৰ অগ্ৰত যিটো পুঙ্খ সমস্তয়।
তাকে সে অষ্টাৰ্চ্চি সেহি যজ্ঞত বোলয় ॥ ৩০৩৩২
অঙ্কুশৰ ঘাৱে হস্তী পাৰয় চিঞৰ।
তাকে বেদমন্ত্ৰ বুলি জানিবা যজ্ঞৰ ॥
সেহি যজ্ঞে অস্ত্ৰে শস্ত্ৰে নকৰিয়া ডৰ।
উছৰ্গি দিয়য় যিটো আত্মা-কলেৱৰ ॥ ৩০৩৩৩
সেহিসে যজ্ঞৰ জানা দক্ষিণা অনন্ত।
তাহাৰ ফলক কহি কোনে পাইব অন্ত ॥
স্বামীক ৰাখিবে লাগি যিটো বীৰচয়।
প্ৰাণক টাকিয়া ঘোৰ সমৰ কৰয় ॥ ৩০৩৩৪
সেহি ৰণে কদাপি নকৰে পাচ ভৰি।
ভয় পৰিহৰি যুদ্ধ কৰি যায় মৰি ॥
সি সব লোকৰ ৰাজা জানা এহি স্থান।
তোমাৰ আগত কহিলোহো বিদ্যমান ॥ ৩০৩৩৫
সুতীক্ষ্ণ খড়্গক লৈয়া যিটো বীৰগণে।
শত্ৰু সৈন্যমানে সংহৰয় ঘোৰ ৰণে ॥
হেনয় সমৰ কৰি এৰে যিটো প্ৰাণ।
তাহাৰে জানিবা ৰাজা মোৰ [illegible] ॥ ৩০৩৩৬

হাতে অস্ত্র ধৰি আগ পাচক নাচায়।
জয়ক ইচ্ছায়ে চক্র মধ্যে খেদি যায় ॥
একেশ্বৰ হুয়া সিটো কৰে ঘোৰ ৰণ।
দাৰুণ সমৰে সেনাগণ কৰে ছন্ন ॥ ৩০৩৩৭
হেনয় সমৰে যিটো প্ৰাণ হৰুৱাই।
সেহিজন আসি মোৰ স্থানে লোৱে ঠাই ॥
প্ৰজাৰ শোণিতে নদী বহে তীক্ষ্ণতৰ।
ভেৰিসব উটে বেং কচ্ছপ আকাৰ ॥ ৩০৩৩৮
বীৰসকলৰ অস্থিগণ অসংখ্যাত।
জাজি হুয়া ঠায়ে ঠায়ে পৰি আছে তাত ॥
শোণিতে সহিতে মাংসসব পঙ্ক ভৈলা।
খড়্গ চৰ্ম্ম গদা শক্তি নৌকা হুয়া ৰৈলা ॥ ৩০৩৩৯
মন্দে মন্দে শোণিত-নদীত উটি যায়।
গৃধ্র কাকগণ ভৈলা সদাগৰ প্ৰায় ॥
আপুনিয়ো খায় অন্য পক্ষীক দিয়য়।
যেন সদাগৰে কৰে ক্ৰয় যে বিক্ৰয় ॥ ৩০৩৪০
কিৰীটি সহিতে মুণ্ড পদ্মফুল প্ৰায়।
কেশসব ভৈলা তাত শেৱালৰ প্ৰায় ॥
এহি মতে গহীন গম্ভীৰে নদী বহে।
তাহাক তৰিবে কাৰো বল শক্তি নোহে ॥৩০৩৪১
কটা হস্তীগণ ভৈলা নক্ৰ যে প্ৰধান।
সেহি নদীসব লৈয়া যায় যমস্থান ॥
সমৰে কৰয় যিটো হেন নদীখান।
সেহি বীৰে কৰে জানা অৱভৃথ স্থান ॥ ৩০৩৪২
হয় হস্তী পদাতিৰ শিৰ অপৰ্য্যন্ত।
কাটিয়া পেলাৱে যিটো সমৰ ভূমিত ॥
সেহি ৰণস্থলীখান যজ্ঞ ভূমি ভৈলা।
হেন যজ্ঞ কৰি যিটো প্ৰাণক অৰ্পিলা ॥ ৩০৩৪৩
মোৰ অৰ্দ্ধাসনে সেহিজনে পাৱে ঠাই।
এৱে জানা নৃপতি ইহাত ছিদ্ৰ নাই ॥

আৰো কহো অম্বৰীষ তোমাৰ আগত।
সমৰ উপেক্ষি যিটো পলাৱে ৰণত ॥ ৩০৩৪৪
তাহাৰ কুযশ জানা দশোদিশে যায়।
মৰিলেও সেহিজন নৰকে পৰয় ॥
সমৰত সেনাপতি কৰয় হনন।
তাহাৰ যানত গৈয়া কৰে আৰোহন ॥ ৩০৩৪৫
বিষ্ণুৰ সমান তাৰ ভৈলা পৰাক্ৰম।
প্ৰত্যুত্তৰে জানা সিটো বৃহস্পতি সম ॥
হেনয় বিক্ৰমে যিটো এৰয় শৰীৰ।
সেহি জনে পাৱে জানা মোৰ এহি পুৰ ॥ ৩০৩৪৬
সমুখ সংগ্ৰাম কৰি পৰে যিটো লোক।
তাহাক লাগিয়া কিছো নুযুৱাই শোক ॥
কহিলো তোমাত ইটো কথা অম্বৰীষ।
মোৰ থানে থাকি সিটো কৰয় হৰিষ ॥ ৩০৩৪৭
বিক্ৰম কৰিয়া সমৰত হোৱে হত।
অন্ন জল শ্ৰাদ্ধাদিতো নকৰে বাঞ্ছিত ॥
তাহাৰ অশৌচ নাহি কৈলো বিদ্যমান।
শুনা কহো সিটোজনে পায় কোন স্থান ॥৩০৩৪৮
পথে অপেস্বৰাগণে আসিয়া আৱৰি।
স্বামী বুলি লৈয়া যায় অম্ৰাৱতী পুৰী ॥
স্ত্ৰী বৃদ্ধ বালকেয়ো থাকে সমৰত।
যদ্যপি ব্ৰাহ্মণ থাকে সৈন্যৰ সঙ্গত ॥ ৩০৩৪৯
তাহাক সমৰে নবধিব বীৰগণ।
ইহাক বধিলে হোৱে পাপৰ কাৰণ ॥
যদি সমৰত ভয় হুয়া কতো নৰ।
দান্তে তৃণ ধৰি বোলে ভৈলোহো তোমাৰ ॥৩০৩৫০
তাহাক বধিলে জানা ঘোৰ পাপ হয়।
যত পুণ্য থাকে স্নানে সিয়ো হোৱে ক্ষয় ॥
হেন নীতিচয় যদি পুৰন্দৰে কৈলা।
তাক বুজি অম্বৰীষে আনন্দ লভিলা ॥ ৩০৩৫১

অম্বৰীষ শক্ৰৰ সংবাদ এহিমানে।
কহিলো তোমাত মই কথা লোৱা মনে ॥
নমো দেৱ দামোদৰ শিৱ সনাতন।
চৰণ পঙ্কজে মই লৈলোহো শৰণ ॥ ৩০৩৫২
পতিত পাৱন নাম ভৈলেক তোমাৰ।
তোমাক স্মৰণে পাপী হোৱয় নিস্তাৰ ॥
তুমি সি কৰাহা ভকতৰ মন পূৰ।
অনুগ্ৰহ কৰি কৰ্ম্মবন্ধ কৰা দূৰ ॥ ৩০৩৫৩
দীন-বন্ধু দয়াময় করুণা সাগৰ।
কৃপানিধি কল্পতৰু জানা ভকতৰ ॥
তোমাতেসে হন্তে জন্মি আছে চৰাচৰ।
শুভাশুভ কৰ্ম্ম প্ৰবৰ্ত্তোৱা নিৰন্তৰ ॥ ৩০৩৫৪
নাহি শত্ৰু নাহি মিত্ৰ নাহি ভিন্ন পৰ।
নাহি পূৰ্বাপৰ যাৰ বাহিৰ ভিতৰ ॥
নাহিকে আপুন কেহো সবাতে সমান।
এহি গুণ চাৰি বেদে কৰিছে ব্যাখ্যান ॥ ৩০৩৫৫
চৈধ্যয় শাস্ত্ৰত আক বৰ্ণাইছে সম্প্ৰতি।
হে কৃষ্ণ মই কিছো দেখো বিসঙ্গতি ॥
যদি সবাহানে তুমি ভৈলা বাপ-মাৱ।
তথাপিতো কেনে কৰা বিষম স্বভাৱ ॥ ৩০৩৫৬
কাৰো হৃদয়ত থাকি কৰা অনুমতি।
তোমাৰ চৰণে কৰো নিৰ্ম্মল ভকতি ॥
ভক্তি হেতু হোৱে কোটি পুৰুষ উদ্ধাৰ।
গো খোজ সমান কৰি তৰয় সংসাৰ ॥ ৩০৩৫৭
কাৰো হৃদয়ত থাকি বঢ়োৱা কুমতি।
তুমি হেন বন্ধু বুলি নজানো সম্প্ৰতি ॥
সদকৰ্ম্ম কিঞ্চিতো নকৰে সিটো নৰে।
সদা পৰদ্ৰব্যে আশা পৰদাৰা হৰে ॥ ৩০৩৫৮
বিপ্ৰ বৈষ্ণৱক গুৰুজনক নিন্দয়।
কিঞ্চিতো নকৰে পুণ্য পাপক সাঞ্চয় ॥

এতেকে তোমাৰ প্ৰভু মহিমা অতৰ্ক।
সৃষ্টিৰক্ষা হেতু কৰা টাটক নাটক ॥ ৩০৩৫৯
তোমাৰ চৰণে মই কৰোহো প্ৰণতি।
মই অধমক কৃপা কৰা যদুপতি ॥
দ্বিজ লক্ষ্মীনাথে বোলে মই বৰ অনাথ।
কৰা অনুগ্ৰহ মোক দেৱ জগন্নাথ ॥ ৩০৩৬০
শুনা সৰ্বজন পুণ্য ভাৰতৰ কথা।
ইহেন মনুষ্য জন্ম নকৰিয়ো বৃথা ॥
কৃষ্ণৰ ভকতি বিনে সকলে অনাথ।
বোলা হৰি হৰি কহে দ্বিজ দীননাথ ॥ ৩০৩৬১

---

দুলড়ী

ভীষ্ম নিগদতি নৃপ মহামতি
কহো কথা পুৰাতন।
মিথিলা নৃপতি প্ৰতৰ্দ্দন সমে
ভৈল যেন ঘোৰ ৰণ ॥
যি মতে বীৰক কৰিলা উদ্ধাৰ
দেখায়া স্বৰ্গ নৰক।
সেহি কথা যত তোমাৰ আগত
কহিবো মই প্ৰত্যেক ॥ ৩০৩৬২
আইল প্ৰতৰ্দ্দন লৈয়া যোদ্ধাগণ
যুদ্ধ কৰিবাক প্ৰতি।
সেহি কথা পাচে শুনিলা শ্ৰৱণে
মিথিলাৰ অধিপতি ॥
ৰথ গজ বাজী বীৰগণ সাজি
চলিলেক আড়ম্বৰে।
সেহিক্ষণে পাচে জনক নৃপতি
বাক্য বোলে ধীৰে ধীৰে ॥ ৩০৩৬৩
দেখা শত্ৰুবল যেন মেঘদল
দেখি নকৰিবা ভয়।
যুদ্ধ দেখি ভয় ঘিসাবে কৰয়
সিসব নৰ্কে চলয় ॥

যিসবে ৰণত নকৰয় ভয়
মাৰে শত্ৰু সেনাগণ।
সেহি বীৰচয় পুণ্যক সঞ্চয়
চলয় স্বৰ্গ ভুৱন ॥ ৩০৩৬৪
এহি জ্ঞান দিয়া বীৰক দঢ়ায়া
কৰাইলা যুদ্ধ ডাঙ্গৰ।
কৰি ঘোৰ ৰণ বধি সেনাগণ
নিলা সবে যম ঘৰ ॥
এহিমতে জানা জনক নৃপতি
যুদ্ধৰ সাধিলা জয়।
এহিমতে ৰাজা যুদ্ধক জিনিয়া
সদায়ে ভৈলা নিৰ্ভয় ॥ ৩০৩৬৫
জানা যুধিষ্ঠিৰ তুমি সেহিমতে
যুদ্ধত হুইবা উদ্যত।
সকল বৃত্তান্ত কহিলো তোমাত
যুদ্ধৰ এহিসে মত ॥
যুদ্ধ উপস্থিত ভৈলে বীৰগণে
কৰিবে যেন উপায়।
জানা কুন্তীসুত তোমাৰ আগত
কহিবো সবে বুজায় ॥ ৩০৩৬৬
নিগ্ৰহ কৰিয়া সেনাগণ আনি
সঙ্গত লৈবে কোঞ্চাই।
যিমতে শত্ৰুক জিনিবাক পাৰি
কহিবো তাৰ উপায় ॥
মাৰ্গশীৰ্ষ মধু- মাসত জানিবা
যুদ্ধৰ প্ৰশস্ত কাল।
পৃথিবীত ৰস থাকে ই কালত
সেনাৰ গাৱত বল ॥ ৩০৩৬৭
পাছে শুভতিথি শুভ যে নক্ষত্ৰ
জিজ্ঞাসিবে শুভ যোগ।
যিটো জ্ঞানীগণ কৰি অনুমান
কৰিবে যুদ্ধ উদ্যোগ ॥
তেবে হুইব জয় কহিলো নিশ্চয়
জানাহা পাণ্ডুনন্দন।
আৰো সৈন্য মাজে বুলিবে বচন
শুনিয়োক সেনাগণ ॥ ৩০৩৬৮
যদি সমৰত পলাইবাহা দ্ৰুতে
কহিয়ো তেবে আমাত।
সমুখ সংগ্ৰামে ভয়ে পলাইবাহা
সৈন্যৰ হৈবেক হত ॥
যত দ্ৰব্যগণ সবে হোৱে নষ্ট
আপুনাৰ হোৱে মাৰ।
অযশ অকীৰ্ত্তি লভে সিটো জনে
গোত্ৰে পাৱে খিলিঙ্কাৰ ॥ ৩০৩৬৯
যিটোজন থাকে জীৱন্তে জানিবা
তথাপি মৰা সিজন।
দান্ত কামুৰিয়া উৎসাহ বঢ়ায়া
কৰিবাহা ঘোৰ ৰণ ॥
তেবে হুইবে জয় যশস্যা বাঢ়য়
শত্ৰুৰো মিলে সংশয়।
এহিমতে সব প্ৰজাক দঢ়ায়া
যুদ্ধৰ সাধিবা জয় ॥ ৩০৩৭০
আৰো কহো শুনা তোমাৰ আগত
জয়ৰ যেন লক্ষণ।
যদিবা সৈন্যৰ বাঢ়য় উৎসাহ
হয় হস্তী যানগণ ॥
তাসম্বাৰ জয় কহিলো নিশ্চয়
কৰিলো আৰো বিদিত।
কহিবোহো আৰো লক্ষণ ইহাৰ
নৃপতি দিবাহা চিত ॥ ৩০৩৭১
সৈন্যৰ লগত সদা বায়ু বহে
শত্ৰুৰ সমুখ হুই।
তাহাৰ লগত মেঘসবো লৰে
খৰতৰ বেগ হুই ॥
কুকুৰ শৃগাল চলে পালে পাল
কাক গৃধ্ৰ অসংখ্যাত।
শত্ৰুৰ সমুখ হুয়া চলি যায়
আনন্দ কৰি মনত ॥ ৩০৩৭২

শঙ্খ ভেৰী বাদ্য বাজয় গম্ভীৰ
শুনি আতি সুমধুৰ ।
তেবে জানা জয় হুইবেক নিশ্চয়
শুনিবাহা যুধিষ্ঠিৰ ॥
যাত্ৰা সময়ত স্নিগ্ধ পশু পক্ষী
বামত দক্ষিণে যায় ।
এহিসে লক্ষণ জয়ৰ কাৰণ
জানিবাহা মহাৰায় ॥ ৩০৩৭৩
নমো দামোদৰ দৈৱকী-নন্দন
ভকত বৎসল জানি ।
মই অনাথক নকৰিবা ত্যাগ
দেৱ দেৱ চক্ৰপাণি ॥
পতিত পাৱন তব গুণগান
সাক্ষাতে অমৃত প্ৰায় ।
পৰলোক-ধন মোক্ষৰ সাধন
ফুৰে আক যিটো গাই ॥ ৩০৩৭৪
তাৰ পাচে পাচে ৰাখি ফুৰা তুমি
দেৱ দেৱ কৃপাময় ।
হেনয় করুণা সাগৰ জানিয়া
চৰণে গৈলো বিক্ৰয় ॥
কৰিয়ো উদ্ধাৰ দেৱ গদাধৰ
পাপত গৈলোহো তল ।
ত্ৰিতয় তাপত সদা মৰো পুৰি
ভৈলেক চিত্ত বিকল ॥ ৩০৩৭৫
শুনা সভাসদ ভাৰতৰ পদ
শ্ৰৱণে পাপ পলায় ।
দুৰ্বুদ্ধি গুচয় পুণ্যসে মিলয়
পাইবা বৈকুণ্ঠত ঠাই ॥
কৰিয়া যতন আত দিবা মন
এৰি ভাষ-ভুষ কাম ।
দীন দ্বিজে ভণে শুনা সৰ্বজনে
ডাকি বোলা ৰাম ৰাম ॥ ৩০৩৭৬

---

ইন্দ্ৰ-বৃহস্পতি সংবাদ কথন

পদ

পুনঃ যুধিষ্ঠিৰ পাচে পুছন্ত ভীষ্মত ।
অপক্ক বীৰৰ মধ্যে নৃপতি কি মত ॥
প্ৰৱৰ্ত্তিব ৰাজা কেনে নীতি ধৰ্ম্ম ধৰি ।
কহা পিতামহ মই শুনো কৰ্ণ ভৰি ॥ ৩০৩৭৭
ভীষ্মে বোলে শুনা মোৰ নাতি বংশধৰ ।
আত ইতিহাস কহো গুৰুৰ শক্ৰৰ ॥
একদিনা গুৰুৰ গৃহত পুৰন্দৰ ।
কৃতাঞ্জলি কৰি হেন বুলিলা উত্তৰ ॥ ৩০৩৭৮
পুৰন্দৰ বদতি শুনিয়ো বৃহস্পতি ।
কিমতে দুষ্টক মই চিনিবো সম্প্ৰতি ॥
কিবা চিন তাহাৰ কহিয়ো মোৰ আগে ।
সৰ্ববেদ বিশাৰদ গুৰু মহাভাগে ॥ ৩০৩৭৯
হেন প্ৰশ্ন শুনি বৃহস্পতি নিগদতি ।
কহিবো তোমাত ইটো কথা সুৰপতি ॥
পৰোক্ষত দূৰ কৰি গুণ সমস্তয় ।
দুৰ্জ্জন সবক জানা প্ৰকটিক হয় ॥ ৩০৩৮০
শত্ৰু সৈন্য আসিলেয়ো কিঞ্চিতো নভাষে ।
যুদ্ধক পঠাইলে পৰাঙ্মুখ হুয়া আসে ॥
নিশ্বাস ফোকাৰি শিৰ কৰয় কম্পন ।
দান্ত কামুৰিয়া কত বোলয় বচন ॥ ৩০৩৮১
ভাল মন্দ মিশ্ৰ কৰি কৰয় কথন ।
দেহ আৰ্ত্ত বুলি পৰি থাকে যিবা জন ॥
বোলে মিছা কথা সিটো ধৰি আছে ভেশ ।
তাহাৰ শৰীৰ বেদনাবো নাই লেশ ॥৩০৩৮২
প্ৰীতিমন্ত লোক ভৈলে বোলয় অপ্ৰীতি ।
কহিলো তোমাত এহি দুৰ্জ্জনৰ নীতি ॥
পুনঃ যুধিষ্ঠিৰে বোলে ভীষ্মৰ আগত ।
[illegible]-ধৰ্ম্ম শ্ৰেষ্ঠ জানা সমস্ত ধৰ্ম্মত ॥ ৩০৩৮৩

যিটো ধৰ্ম্ম ইহ পৰলোকে শ্ৰেষ্ঠতৰ।
প্ৰপঞ্চি কহিয়ো মোত গঙ্গাৰ কুমাৰ॥
হেন বাক্য শুনি পাচে শান্তনু-নন্দন।
ধীৰে ধীৰে নৃপতিক বুলিলা বচন॥ ৩০৩৮৪
নিগদতি গঙ্গাসুত কুন্তীৰ নন্দন।
যি পুছিলা কহো কথা যথা লোৰে মন॥
পিতৃ মাতৃ আৰো গুৰুজনক সম্প্ৰতি।
থাকে পূজা কৰি নিতে কৰয় ভকতি॥ ৩০৩৮৫
পাৱয় যশস্যা সুখ লভয় প্ৰধান।
পৰলোক ভৈলে পাৱে বৈমানিক স্থান॥
শ্ৰেষ্ঠ জনে যিটো কাৰ্য্য বোলে কৰিবাক।
যদিবা বিৰুদ্ধ দেখা কৰিবাহা তাক॥ ৩০৩৮৬
পিতৃ মাতৃ গুৰু এহি গুৰু তিনিজন।
ত্ৰিতয় অগনি বুলি জানিবা ৰাজন॥
তিনিবেদ তিনিলোক জানিবাহা আৰু।
নিশ্চয়ে বুজিবা ৰাজা ইটো সত্যবাক॥ ৩০৩৮৭
পিতৃক জানিবা গাৰ্হপত্যঅগ্নি নাম।
মাতৃক জানিবা দক্ষিণাগ্নি অনুপাম॥
হৱনীয় অগ্নি বুলি জানিবা গুৰুক।
আৰো ভূলোক বুলি জানিবা পিতৃক॥ ৩০৩৮৮
মাতৃক স্বলোক বুলি জানিবা সাক্ষাত।
গুৰু ব্ৰহ্মলোক বুলি কহিলো তোমাত॥
ঋগ্‌বেদ যজুৰ্বেদ সামবেদ তিনি।
এহি তিনিজনক জানিবা ভিন্নে ভিন্নি॥ ৩০৩৮৯
হেন জানি তিনিৰো চৰণে ভক্তি কৰা।
তাসম্বাৰ বাক্য তুমি সদায়ে আচৰা॥
তিনিলোক জিনি ধৰ্ম্ম যশস্যা লভিবা।
নিতে তাসম্বাৰ পৰিচৰ্য্যা আচৰিবা॥৩০৩৯০
ইহাকে সুকৃতি বুলি জানিবা নিশ্চয়।
বেদৰ বিহিত এহি জানা মহাশয়॥
এহি তিনিজনক আদৰে যিটো জন।
তাহাক আদৰে সবে নৰনাৰীগণ॥ ৩০৩৯১
তাসম্বাক অনাদৰি অকৰ্ম্ম আচৰে।
সকলে বিফল তাৰ জানা নৰেশ্বৰে॥
ইহ পৰলোকে জানা নাহিকে কল্যাণ।
জীৱন্তে থাকন্তে কেহো নকৰয় মান॥ ৩০৩৯২
দশ ব্ৰাহ্মণত শ্ৰেষ্ঠ যিটো সদাচাৰী।
উপাধ্যায় শ্ৰেষ্ঠ দশ আচাৰ্য্যত কৰি॥
তাহাৰ দশত শ্ৰেষ্ঠ জানিবা পিতৃক।
পিতৃৰ দশত শ্ৰেষ্ঠ মানিবা মাতৃক॥ ৩০৩৯৩
সপ্তদ্বীপা বসুমতী মাতৃৰ সমান।
তাহাতো অধিক জানা গুৰুসে প্ৰধান॥
পিতৃ মাতৃ গুৰু যদি কৰে অপকাৰ।
তভো হিংসা নকৰি কৰিবা নমস্কাৰ॥ ৩০৩৯৪
যিসব গুৰুত হন্তে বিদ্যা শিখে নৰে।
কৰ্ম্মে মনে বাক্যে তভো অনাদৰ কৰে॥
সেহি গুৰু কষ্ট হুই তাক দেয় শাপ।
এতেকে অৱজ্ঞা তুমি নকৰিবা বাপ॥ ৩০৩৯৫
যথাযোগ্য বিধানেৰে অৰ্চ্চন কৰিবা।
লভিবা যশস্যা আত কল্যাণ সাধিবা॥
পিতৃ-মাতৃ সম গুৰু নাহিকয় আন।
যাতো শৰীৰক স্ৰজি আছে দুয়োজন॥ ৩০৩৯৬
পিতৃক তৃপিতি কৈলে তুষ্ট প্ৰজাপতি।
এতেকে কৰিয়ো ভক্তি তাহাতে সম্প্ৰতি॥
যি জনে মাতৃৰ পাৱে কৰয় ভকতি।
মাতৃ তুষ্টে তুষ্ট সপ্তদ্বীপা বসুমতী॥ ৩০৩৯৭
উপাধ্যায় বিপ্ৰক পূজয় যিটো জন।
তাত তুষ্ট হোৱে দেৱ ব্ৰহ্মা সনাতন॥
পিতৃ মাতৃ দেৱতা যতেক ঋষিগণ।
গুৰু তুষ্ট ভৈলে তুষ্ট জানা সৰ্ব্বজন॥ ৩০৩৯৮

এতেকে গুৰুৰ সম নাহিকে দেৱতা ।
স্বৰূপ কহিলো বাপু তোমাত নিষ্টতা ॥
পিতা মাতা গুৰু এহি জানা তিনি জনা ।
মনে কৰ্ম্মে বাক্যে যিটো কৰয় বেদনা ॥ ৩০৩৯৯
সেহি জনে পাৱে নিষ্টে ভ্ৰূণহত্যা পাপ ।
নিশ্চয় কৰিয়া কৈলো যুধিষ্ঠিৰ বাপ ॥
যদি বৃদ্ধ ভৈলে পিতা মাতা গুৰুজন ।
যিটো পুত্ৰে এসম্বাক নকৰে পোষণ ॥ ৩০৪০০
তাত কৰি পাতকী নাহিকে সংসাৰত ।
কহিলো স্বৰূপ মই তোমাৰ আগত ॥
মিত্ৰদ্ৰোহী কৃতঘ্ন স্ত্ৰীজন বধ কৰে ।
খল যে পৈশুন্য কৰ্ম্ম যি নৰে আচৰে ॥ ৩০৪০১
নাহিকে নিস্কৃতি এই চাৰিয়ো জনৰ ।
কহিলো তোমাত যুধিষ্ঠিৰ নৰবৰ ॥
সকলো ধৰ্ম্মক মই কৰিয়া আশ্ৰয় ।
কহিলো তোমাত ইটো কথা মহাশয় ॥ ৩০৪০২
তোমাত কহিলো ইটো কথা শ্ৰেষ্ঠতৰ ।
নাহি নাহি ধৰ্ম্ম আত কৰিয়া ডাঙৰ ॥
পুনৰপি যুধিষ্ঠিৰ ৰাজা নিগদতি ।
পুছো আৰো কথা মই তোমাত সম্প্ৰতি ॥৩০৪০৩
যিসব মনুষ্য সদা ধৰ্ম্মে ইচ্ছা কৰে ।
কেনে ৰূপে প্ৰৱৰ্ত্তন কৰিব সি নৰে ॥
কাক সত্য বোলে কাক অসত্য বোলয় ।
সনাতন ধৰ্ম্ম আৰে কহা মহাশয় ॥ ৩০৪০৪
কোন কালে সত্য কৰি বুলিবে বচন ।
কোন কালে অসত্যক কৰিবে কথন ॥
ইহাক প্ৰপঞ্চি মোত কহা কৃপা কৰি ।
পুছো প্ৰণিপাতে মই কৃতাঞ্জলি কৰি ॥ ৩০৪০৫
ভীষ্ম নিগদন্তি যুধিষ্ঠিৰ নৃপবৰ ।
কহিবো শুনিয়ো তুমি কথা ইসবৰ ॥

সত্যসে জানিবা সাধু বচন সম্প্ৰতি ।
অসত্যত কৰি পাপ নাহি মহামতি ॥ ৩০৪০৬
যি থানত সত্য কথা নাহিকে কিঞ্চিত ।
সত্য কথা তাহাত নকৈবে কদাচিত ॥
যি থানত অসত্যৰ নাহিকে সঞ্চাৰ ।
সি থানত অসত্য নকৈব সাৰে সাৰ ॥ ৩০৪০৭
সত্য অসত্যক জানা কৰিয়া জিজ্ঞাস ।
তেবে ধৰ্ম্মৱন্তে ধৰ্ম্ম কৰিব প্ৰকাশ ॥
নিশ্চয় কৰিতে নপাৰয় যি জনত ।
সদা মিথ্যাবাদ কৰে অধৰ্ম্মত ৰত ॥ ৩০৪০৮
অধৰ্ম্ম কৰন্তে ধৰ্ম্ম হোৱে কদাচিত ।
ইহাৰ প্ৰমাণ লোৱা কৌশিক মুনিত ॥
যৈত ধৰ্ম্ম সিদ্ধি হৈবে কৰিবে তাহাক ।
পাপ হেতু নুবুলিবা আৰাবেক বাক ॥ ৩০৪০৯
অহিংসা স্বৰূপ কৰি বুলিবা বচন ।
নিশ্চয় কহিলো এহি ধৰ্ম্মৰ লক্ষণ ॥
যিটো ধৰ্ম্ম ধৰি প্ৰজা কৰিবে পালন ।
সেহিটো জানিবা ধৰ্ম্ম পাণ্ডুৰ নন্দন ॥ ৩০৪১০
বেদৰ বিহিত ধৰ্ম্ম বুলি কত কহে ।
আৰো কত লোকে বোলে ইটো ধৰ্ম্ম নোহে ॥
যেহিটো অধৰ্ম্মী দুষ্টচিত্ত দুৰাশয় ।
প্ৰাণীৰ সৰ্ব্বস্ব মানে লুটিয়া আনয় ॥ ৩০৪১১
অমুকৰ ধন নাহি বুলি ৰক্ষা কৰে ।
তাকে ধৰ্ম্ম বুলিয়া কহয় কত নৰে ॥
সভাত থাকিয়া সত্য কহিবে কাহিনী ।
অনুক্ত কৰিয়া মিছা নুবুলিবা বাণী ॥ ৩০৪১২
প্ৰাণৰ সঙ্কটে আৰো বিবাহ কালত ।
আপুনাৰ অৰ্থচয় ৰক্ষাৰ নিমিত্ত ॥
পৰৰ ধৰ্ম্মক নষ্ট কৰিবাক চায় ।
এহিসে কাৰ্য্যত মিছা কৈলে নাহি দায় ॥ ৩০৪১৩

যদি কোনো জনে আসি কৰে বলাৎকাৰ।
দিম বুলি তাহাতে কৰিব অঙ্গীকাৰ ॥
তাহাতো জানিবা কিঞ্চিতেকো দোষ নাই।
বুজিবাহা ইটো কথা যুধিষ্ঠিৰ ৰায় ॥ ৩০৪১৪
নৃপতি বোলয় শুনা গঙ্গাৰ তনয়।
পুছো এক কথা মোৰ মনৰ সংশয় ॥
কেনে প্ৰাণীগণে আৰে দুৰ্গতি তৰয়।
ইহাৰ কাৰণ মোত কহা মহাশয় ॥ ৩০৪১৫
ভীষ্মে বোলে কহো শুনা কুন্তীৰ নন্দন।
দুৰ্গতি তৰয় যিবা হেতু প্ৰাণীগণ ॥
পূৰ্বে যিটো কহিলোহো আশ্ৰমীৰ ধৰ্ম্ম।
সাৱধানে থাকি কৰিবেক সিটো কৰ্ম্ম ॥ ৩০৪১৬
তেবেসে জানিবা সিটো তৰয় দুৰ্গতি।
কহিলো তোমাত যুধিষ্ঠিৰ নৰপতি ॥
দম্ভ অহঙ্কাৰ গাৱে নাহিকে কিঞ্চিত।
সুন্দৰ স্বভাৱ ভৈল যাৰ শুদ্ধ চিত্ত ॥ ৩০৪১৭
ইন্দ্ৰিয়ক দমি সদা স্থিৰ কৰে মতি।
সেহি সেহি প্ৰাণীগণে তৰয় দুৰ্গতি ॥
হিংসা কৰিলেয়ো কাকো হিংসা নকৰয়।
পাৱে মানে দ্ৰব্য ব্ৰাহ্মণত সমৰ্পয় ॥ ৩০৪১৮
পৰম দ্ৰব্যত কিঞ্চিতেকো নাহি ৰতি।
হেন জনে জানা ৰাজা তৰয় দুৰ্গতি ॥
অতিথি শুশ্ৰূষা যিটো সদায়ে কৰয়।
প্ৰাণীহিংসা নকৰিবা স্বধৰ্ম্মে থাকয় ॥ ৩০৪১৯
বেদ অধ্যয়ন কৰি থাকে প্ৰতিনিতি।
সিয়ো জনে জানা ৰাজা তৰয় দুৰ্গতি ॥
পিতৃ মাতৃ বচনক সদায়ে আচৰে।
দিবসত নিদ্ৰা নকৰয় যিটো নৰে ॥ ৩০৪২০
লোভাবিষ্ট হুয়া অৰ্থ নকৰে গ্ৰহণ।
স্বধৰ্ম্মত থাকি প্ৰজা কৰয় পালন ॥
স্বকীয় দাৰাৰ যিটো ঋতু সময়ত।
দোষ কাল বৰ্জি যিটো হোৱয় সঙ্গত ॥ ৩০৪২১
পঞ্চযজ্ঞ যিটো কৰি থাকে প্ৰতিনিতি।
হেনা জনে জানা ৰাজা তৰয় দুৰ্গতি ॥
সংগ্ৰামত যিটো ৰাজা ভয় নকৰয়।
স্বধৰ্ম্ম কৰিয়া শত্ৰুগণক জিনয় ॥ ৩০৪২২
পাপ নকৰয় যিটো কায়-বাক্য-মনে।
কৰ্ম্ম নিয়োজিব দণ্ড জানা প্ৰাণীগণে ॥
প্ৰাণৰ সঙ্কট ভৈলে নমাতয় মিছা।
প্ৰাণী ৰক্ষণত যাৰ সদা ভৈল ইচ্ছা ॥ ৩০৪২৩
যিটো কৰ্ম্ম কৰে তাক নকৰয় গুপ্ত।
বাক্যচয় বোলে তাক শুনিতে সঙ্গত ॥
পৰৰ অৰ্থক যিটো আত্ম বুলি মানে।
দুৰ্গতি তৰিব যুধিষ্ঠিৰ এহি জনে ॥ ৩০৪২৪
অনধ্যায় দিবসে নকৰে অধ্যয়ন।
সদায়ে তপস্যা মাত্ৰ কৰে আচৰণ ॥
কুমাৰ কালৰ পৰা তপস্যা আচৰে।
বেদত কুশল যিটো হোৱে দ্বিজবৰে ॥ ৩০৪২৫
ব্ৰহ্মচৰ্য্য ব্ৰতত সদায় ভৈল ৰতি।
সেহিসে ব্ৰাহ্মণগণে তৰয় দুৰ্গতি ॥
ত্ৰাস নাই আপুনি লোকক নেদে ভয়।
আত্ম সব কৰি মানে যত প্ৰাণীচয় ॥ ৩০৪২৬
সত্ত্বগুণে সৰ্বৈত ভৈলেক যিটো থিতি।
কহিলোহো মই সিটো নপাৱে দুৰ্গতি ॥
পৰস্ত্ৰীক দেখি তাক নকৰে কিঞ্চিত।
পৰঅন্নে আশা নকৰয় কদাচিত ॥ ৩০৪২৭
সৰ্ব দেৱতাক যিটো কৰয় পূজন।
শ্ৰৱণ কৰয় নিতে ধৰ্ম্ম শাস্ত্ৰগণ ॥
আপুনাৰ মান যিটো নকৰয় ইচ্ছা।
পৰক মৰ্য্যাদা কৰিবাক কৰে বাঞ্ছা ॥ ৩০৪২৮

মান্যজনৰেসে সদা বন্দয় চৰণ।
দুৰ্গতিত হন্তে সিটো হোৱয় তৰণ ॥
বিহিত তিথিত যজিবেক পিতৃগণ।
ক্ৰোধক বৰ্জ্জিয়া থিৰ কৰিবেক মন ॥ ৩০৪২৯
যিটোজনে ক্ৰোধ কৰি আসে ধৰিবাক।
সান্ত্বনা কৰিবা তাঙ্ক বুলি মৃদুবাক ॥
প্ৰাণীসকলক কোপ নকৰিবা মতি।
সেহি জনে কৈলো নিষ্টে তৰয় দুৰ্গতি ॥ ৩০৪৩০
মধু মাংস সততে বৰ্জিব প্ৰতিনিতি।
কৰিব ভোজন জানা জীৱনক প্ৰতি ॥
পুত্ৰৰ নিমিত্তে ভাৰ্য্যা কৰিব গমন।
সত্যৰ নিমিত্তে বাক্য বোলে যিটো জন ॥৩০৪৩১
সিয়ো জনে তৰিবেক মহত দুৰ্গতি।
কহিলো তোমাত যুধিষ্ঠিৰ নৰপতি ॥
সৃষ্টি স্থিতি লয় যাত হন্তে প্ৰবৰ্ত্তয়।
আদি অন্ত শূন্য নাৰায়ণক জানয় ॥ ৩০৪৩২
ৰক্তপদ্ম তুল্য যাৰ নয়ন দুতয়।
চতুৰ্ভুজ পীতবস্ত্ৰে শৰীৰ শোভয় ॥
যাহাৰ উদৰে আছে সকলো জগত।
ভ্ৰাতৃ মিত্ৰ কৰি পাইলা হেনয় অচ্যুত ॥ ৩০৪৩৩
ইচ্ছাময় সমৰ্থ গোবিন্দ দেৱহৰি।
প্ৰজা প্ৰতিপাল কৰে বিষ্ণুৰূপ ধৰি ॥
বৈকুণ্ঠপুৰৰ তুমি প্ৰভু নাৰায়ণ।
ভক্তিভাৱে আশ্ৰয় কৰয় যিটো জন ॥ ৩০৪৩৪
হেন হৰি ভৈলা যাৰ সততে সহায়।
তৰিব দুৰ্গতি আৰ কিছো শঙ্কা নাই ॥
এহিসব কথা যিটো পঢ়য় শুনয়।
আদৰ কৰিয়া যিটো বিপ্ৰত কহয় ॥ ৩০৪৩৫
তৰয় দুৰ্গতি সৰ্বপাপ যায় ক্ষয়।
অন্তে গৈয়া বিষ্ণুৰ শৰীৰে পায় লয় ॥
হেন জানি শুনা সবে আন পৰিহৰি।
শ্ৰৱণ মাত্ৰকে যাত তুষ্ট হুইব হৰি ॥ ৩০৪৩৬
আতি পুণ্যৱন্ত কথা মহাভাৰতৰ।
যুধিষ্ঠিৰ আগে ইটো ভীষ্মৰ উত্তৰ ॥
হেন জানি কৃষ্ণৰ চৰণে কৰা সাৰ।
বোলা হৰি হৰি কৰা পুৰুষ উদ্ধাৰ ॥ ৩০৪৩৭

---

শৃগাল-ব্যাঘ্ৰ বৃত্তান্ত কথন

ছবি

যুধিষ্ঠিৰ ৰাজা পাচে ভীষ্মত বিনয় কৰি
পুছিলাহা কৰিয়া বিস্ময়।
যদি দুষ্টলোক থাকে তাহাকো বুজিবো কেনে
সন্তৰ বুজিবো কেনে নয় ॥
ইহাকে কহিয়ো মোত দৃঢ় কৰিয়োক চিত্ত
যদি মোত আছে অনুগ্ৰহ।
নৃপতিৰ শুনি বাণী আছিলেক মনে গুণি
কহিবাক লৈলা পিতামহ ॥ ৩০৪৩৮
ভীষ্ম নিগদতি কথা শুনিয়োক নৃপবৰ
ইতিহাস কহো পুৰাতন।
শৃগাল ব্যাঘ্ৰৰ দুইৰো সম্বাদ যিমত ভৈলা
কহিবোহো আত দিয়া মন ॥
আছিল নগৰ এক পৰম শোভন আতি
যেন জ্বলে সূৰ্য্যৰ জেউতি।
নামত পৌৰিক তাৰ নানা ৰত্নে জাতিষ্কাৰ
দৰশনে মোহ যায় মতি ॥ ৩০৪৩৯
কৌশিক নৃপতি জানা ভৈল অধিপতি তাৰ
মহা দুষ্টচিত্ত দুৰাশয়।
আতি মহা ক্ৰোধৱন্ত প্ৰজাক হিংসয় সদা
যাক মন্দ নৃপতি বোলয় ॥
আয়ুস ভৈলেক ক্ষয় সিটো গৈল যমালয়
দেখা কেনে পাতকৰ ফল।
প্ৰাণীহিংসা অধৰ্ম্মত দেখা কেনে আচৰিত
মৰি গৈয়া ভৈলেক শৃগাল ॥ ৩০৪৪০

পূৰ্ব কৰ্ম্ম স্মৰি মনে খেদ কৰে অনুক্ষণে
বোলে মই কি কাম কৰিলো।
দানধৰ্ম্ম নাচৰিলো সদায়ে ক্ৰোধত ৰৈলো
অকাৰণে প্ৰজাক হিংসিলো ॥
এহি চিন্তি বাৰম্বাৰ বৈৰাগ্য জন্মিল তাৰ
মৎস্য মাংস এৰিলা সকল।
যত প্ৰাণী হিংসাচয় এৰি ভৈল ব্ৰতময়
বৃক্ষৰ পতিত খায় ফল ॥ ৩০৪৪১
অন্য স্থানে এৰি আশ সদায়ে শ্মশানে বাস
কৰি থাকে ব্ৰতক আচৰি।
দেখি তাৰ জ্ঞাতিগণে সকলো আলচি মনে
বোলে আত কহো আগধৰি ॥
আমাৰ নগৰে দেখো এগুটি শৃগাল ইটো
জাতি ধৰ্ম্ম এৰি ভৈলা ব্ৰতী।
সবে তাৰ কাষে যাওঁ জিজ্ঞাসা কৰিয়া চাওঁ
পাবো যদি গুচাওঁ দুৰ্ম্মতি ॥ ৩০৪৪২
এহি বুলি সবে গৈলা তাহাক বুলিবে লৈলা
শুনা জ্ঞাতি বচন সম্প্ৰতি।
আমাৰ লগৰ তুমি জানো জ্ঞাতি এক জন
কিবা হেতু ভিন্ন ভৈলা মতি ॥
এৰিলাহা জাতি ধৰ্ম্ম সকলো প্ৰাণীত মৰ্ম্ম
কৰি থাকা শ্মশানে নিবাস।
মাংসে সে জীৱন যাৰ ধৰিলাহা কদাচাৰ
জীৱনৰ এৰিলাহা আশ ॥ ৩০৪৪৩
ইটো ধৰ্ম্ম দূৰ কৰা আমাৰ বচন ধৰা
জাতি ধৰ্ম্মে থিৰ কৰা মন।
দিব্য মাংস সব আনি দিবোহো তোমাৰ আগে
মহাৰঙ্গে কৰাহা ভোজন ॥
আমাসাৰ সঙ্গ কৰি আপুনি স্বধৰ্ম্ম ধৰি
আমি সমে ফুৰো বনে বনে।
পশু মাৰি মাংস খাই ফুৰিবোহো সৰ্বদায়
হেন বাঞ্ছা কৰো আমি মনে ॥ ৩০৪৪৪

---

পদ

জ্ঞাতিসকলৰ বাক্য শুনিয়া সম্প্ৰতি।
ধীৰে ধীৰে কৰি পাচে শৃগাল বদতি ॥
শুনা জ্ঞাতিলোক আৰে মোহোৰ বচন।
হেন ধৰ্ম্ম ধৰি মই আছো যি কাৰণ ॥ ৩০৪৪৫
পূৰ্বৰ বৃত্তান্ত যত আছে মোৰ মনে।
সেহি জ্ঞান লুপ্ত হুইব ফুৰিলে অৰণ্যে ॥
এতেকে শ্মশানে মই কৰিছো বসতি।
সদায় বাঞ্ছোহো মই যশস্যাক প্ৰতি ॥ ৩০৪৪৬
শ্মশানত যি হেতু আছোহো বাস কৰি।
তাহাৰ কাৰণ কহো শুনা মন কৰি ॥
আত্মাক চিন্তনা কৰি আছো নিৰ্য্যাণত।
সঙ্গত থাকিলে জ্ঞানসব হুইবে হত ॥ ৩০৪৪৭
আৰো কহো শুনা জ্ঞাতি মোহোৰ বচন।
সঙ্গত থাকিয়া বিপ্ৰ কৰয় হনন ॥
ব্ৰহ্মবধ পাপে কিবা নপাৰে তাহাক।
চোৱা মন কৰি জ্ঞাতি আমাসাৰ বাক ॥ ৩০৪৪৮
এহি থানে থাকি যদি ব্ৰাহ্মণক আনি।
গো সুবৰ্ণক দান কৰে যিটো প্ৰাণী ॥
তাত কি মহত পুণ্য নলভয় কোনে।
বুজিয়ো প্ৰমাণ জ্ঞাতি মোহোৰ বচনে ॥ ৩০৪৪৯
তোমৰাসবত দেখো ইটো জ্ঞান নাই।
কেৱলে আহাৰে মাত্ৰ ৰত সৰ্বদায় ॥
পুত্ৰ ভাৰ্য্যা বন্ধু সমে সদা প্ৰবৰ্ত্তয়।
তাহাতে যিমান নিত্যে দোষ সিদ্ধি হয় ॥ ৩০৪৫০
এহি জ্ঞান তোমাসাত কিঞ্চিতেকো নাই।
আৰ ভালমতে মই জানো অভিপ্ৰায় ॥
অসঞ্জাত কথা যিটো আৰো গৰিহিত।
হৰিয়া আনয় পৰদ্ৰব্য পৰবিত্ত ॥ ৩০৪৫১

ইহলোকে অকীৰ্ত্তি পাৱয় সিটোজন।
মৰিলেয়ো নৰকক কৰয় গমন ॥
এতেকে ই কাৰ্য্যে জানা মোৰ কাৰ্য্য নাই।
কহিলো তোমাত মই কথা সমুদায় ॥ ৩০৪৫২
এহি কথাসব যেবে জ্ঞাতিত কহিলা।
সমীপত থাকি ব্যাঘ্ৰে তাহাক শুনিলা ॥
মনে বোলে আছয় শৃগাল জন্ম পাই।
এনে জ্ঞান শৃগালৰ কৈতো শুনা নাই ॥ ৩০৪৫৩
শৃগাল নহয় ইটো বৰ জ্ঞানীজন।
লাসে লাসে গৈয়া তাত লৈলেক শৰণ ॥
ব্যাঘ্ৰ নিগদতি কথা শুনা জ্ঞানীবৰ।
শুনিয়া আছিলো মই তোমাৰ উত্তৰ ॥ ৩০৪৫৪
পশু শৰীৰত জ্ঞান ভৈলেক তোমাৰ।
ধিক ধিক বৃথা জন্ম ভৈলেক আমাৰ ॥
শুনা মহাৰাজা তুমি আমাসাৰ বাক।
আজি ধৰি মন্ত্ৰী হুই বৰিলো তোমাক ॥ ৩০৪৫৫
পূৰ্ব জনমত তুমি আছিলা নৃপতি।
এখনো হুয়োক ৰাজা তুমিসে সম্প্ৰতি ॥
তব মন্ত্ৰী হুয়া মই ৰাজ্য প্ৰবৰ্ত্তাওঁ।
যত ৰাজভোগ মানে তোমাক ভুঞ্জাওঁ ॥ ৩০৪৫৬
ইহ পৰলোকে দুইবো হুইবেক কল্যাণ।
অধিক কহিবো কিবা তুমি সৰ্বজান ॥
মৃদুতৰ বাক্যচয় ব্যাঘ্ৰৰ শুনিলা।
পাচে শৃগালৰ ৰাজা বুলিবে লাগিলা ॥ ৩০৪৫৭
শুনা মৃগৰাজ তুমি বচন আমাৰ।
যি বুলিলা সাধুবাক্য সকলে তোমাৰ ॥
মন্ত্ৰী হুইব বুলি যাতো কহিলাহা তুমি।
শুনিয়োক কথা এক কহিবোহো আমি ॥৩০৪৫৮
যিটো নৃপতিৰ ভৈলা দুষ্ট মন্ত্ৰীচয়।
একোৰূপে নৃপতিৰ মাতক নবয় ॥
কহিবোহো শুনা মই মন্ত্ৰীৰ লক্ষণ।
নৃপতিৰ সহায় হুইবেক সৰ্বক্ষণ ॥ ৩০৪৫৯
সৰ্বদায়ে ৰজাৰ হুইবেক মনোনীত।
হুইবেক কুশল জানা সকল নীতিত ॥
প্ৰাণীৰ হিংসাত তাৰ নুহুইবেক মতি।
নুহুইৰ লুভীয়া সদা যুদ্ধে হৈব ৰতি ॥ ৩০৪৬০
সৰ্বদায়ে দানধৰ্ম্মে তাৰ হুইব ৰত।
সকল শাস্ত্ৰত সিটো হুইবেক পণ্ডিত ॥
প্ৰাণীৰ হিতক চিন্তিবেক সৰ্বক্ষণ।
প্ৰজাত সদায়ে হুইব প্ৰসন্ন বদন ॥ ৩০৪৬১
পিতৃক যেহেন পুত্ৰে পূজে সৰ্বক্ষণ।
সেহিমতে ৰাজাক পূজিব মন্ত্ৰীগণ ॥
হেনয় মন্ত্ৰীক মোৰ মনে ৰুচিকৰ।
অন্যায় মন্ত্ৰীত কাৰ্য্য নাহিকয় মোৰ ॥ ৩০৪৬২
সুখ-ভোগ ঐশ্বৰ্য্যত মোৰ বাঞ্ছা নাই।
পুৰাতন ভৃত্য যত তাতো কাৰ্য্য নাই ॥
পৰম অজ্ঞানী সিটো দুষ্ট চিত্ত জন।
তোমাৰ আমাৰ ভেদ কৰিবেক মন ॥ ৩০৪৬৩
এতেকে সিসবে জানা কিছো কাৰ্য্য নাই।
সকলো নীতিৰ মই জানো অভিপ্ৰায় ॥
দুখক ভুঞ্জিয়া মই আছো দিনে দিন।
তাসম্বাৰ সেৱায়ে কিঞ্চিতো নাহি মন ॥ ৩০৪৬৪
দুষ্ট পাত্ৰ ভৈলে দোষ লভয় নৃপতি।
সদায়ে ৰণত ভ্ৰমে অতি দুষ্টমতি ॥
কেৱলে নিঃশঙ্ক মন কাকো ভয় নাই।
ৰণত ভ্ৰমিয়া মাত্ৰ থাকে সৰ্বদায় ॥ ৩০৪৬৫
নৃপতি মাতিলে যাৰ ভয় নজন্ময়।
হেনসে মন্ত্ৰীয়ে কিবা ৰাজাক শোভয় ॥
স্বাদু দ্ৰব্য স্বাদু অন্ন যিসবে বাঞ্ছয়।
জিজ্ঞাসা কৰিয়া চালো সবে পাৱে ভয় ॥ ৩০৪৬৬

যাহাৰ ইহাত কিঞ্চিতেকো বাঞ্ছা নাই।
নিশ্চয়ে জানিবা সিটো ভয়ক নপায় ॥
যিসব নৃপতি দুষ্ট মন্ত্রীয়ে আবৃত।
নৃপতিয়ো মৰে আপুনিয়ো হোৱে হত ॥ ৩০৪৬৭
সদা মন্ত্রী ভৈলে সুখ মিলয় সবাৰ।
আপুনিয়ো ৰক্ষা পাৱে কল্যাণ ৰাজাৰ ॥
যদি ভাল মতে মোত প্রবর্ত্তিবা তুমি।
কৰাহা শপত তেবে সত্য বোলো আমি ॥৩০৪৬৮
তোমাৰ কথাত আমি নপ্পাওঁ সঞ্জাত।
তুমি ভৈলা ব্যাঘ্র আমি শৃগালত জাত ॥
যদি সর্বদায়ে মোৰ ৰাখিবাহা মান।
শপত কৰিয়া কহা যাইবোহো প্রমাণ ॥ ৩০৪৬৯
সৈন্য সমে ময়ো জানিবাহা মৃগৰাজ।
তুমি বিনে নকৰিবো মন্ত্রণাৰ কাজ ॥
একস্থান হুয়া তুমি আমিসি ৰহস্যে।
হিতাহিত মন্ত্রণাক কৰিবো অৱশ্যে ॥ ৩০৪৭০
মোহোত তোমাৰ আতি প্রীতিক দেখাই।
অন্য সচিবক তুমি নমাতিবা যায় ॥
যতেক দেখাহা মোৰ জাতিৰ সমাজ।
তাক দণ্ড নকৰিবা জানা মৃগৰাজ ॥ ৩০৪৭১
নৃপতি শৃগালে যত নীতিক কহিলা।
ভাল ভাল বুলি ব্যাঘ্রে তাক প্রশংসিলা ॥
যতেক শৃগাল মানে দেখিলা তাহাক।
মিত্রভাৱে শত্রু কৰি মানিলা ৰাজাক ॥ ৩০৪৭২
নানা লোভ দেখাই সবে বোলয় বচন।
তথাপি ৰাজাৰ দেখো নটলয় মন ॥
ব্যাঘ্রক কৰিলে দেখো মন্ত্রণাৰ ঘাই।
ভাল কেনমতে ইটো ৰাজ্য প্রবর্ত্তায় ॥ ৩০৪৭৩
সমস্ত শৃগালে এহি বুলি আলোচিয়া।
ফুৰে লুটি ঘুটি কতো মিত্রতা দেখায়া ॥
সকলে আলোচি এক কৰিলেক সাস।
ব্যাঘ্র সমে লগাই আৰ কৰো সর্বনাশ ॥ ৩০৪৭৪
ব্যাঘ্র সমে ইহান লাগায়া দেখো ভেদ।
তেবেসে ৰাজাৰ জানা হুইব কন্ধ ছেদ ॥
এহিবুলি সকলেও কৰি আলোচন।
ছদ্মভাৱে গৈলা এক ব্যাঘ্রৰ ভৱন ॥ ৩০৪৭৫
খাইবে লাগি ব্যাঘ্রে যিটো মাংস থৈলেক।
তাক চুৰি কৰি ৰাজা গৃহে থাপিলেক ॥
আত পাচে যেন ভৈলা নৃপে শুনিয়োক।
মাংস খাইবে লাগি ব্যাঘ্র তাহাক গৈলেক ॥৩০৪৭৬
মাংস নেদেখিয়া ব্যাঘ্র ক্রোধে জ্বলি গৈলা।
শৃগালগণক শুনাই বুলিবেক লৈলা ॥
কোনে হৰিলেক মাংস কৰিয়ো বিচাৰ।
নপাইলে জানিবা দণ্ড হুইবেক তোমাৰ ॥ ৩০৪৭৭
হেন বাণী শুনি পাচে বন মৃগচয়।
পিত পিত কৰি সবে মাংস বিচাৰয় ॥
কুটিয়া থৈয়াছে মাংস ৰাজ অভ্যন্তৰে।
তাকে দেখি শীঘ্রে আইলা ব্যাঘ্রৰ গোচৰে ॥৩০৪৭৮
শৃগাল বদতি শুনা ৰাজ মন্ত্রীবৰ।
তব মাংস দেখিলোহো ৰাজ অভ্যন্তৰ ॥
তোমাসাত দেখাৱয় ব্রহ্মচর্য্য ব্রত।
স্বভাৱক জানা ৰাজা ইটো স্বৰূপত ॥ ৩০৪৭৯
এহিসে মাংসত তাৰ বুজিয়ো লক্ষণ।
মৎস্য মাংস সকলোকে কৰয় ভোজন ॥
বধিয়োক ব্যাঘ্র আত নাহিকয় কার্য্য।
আপুনি নৃপতি হুই ভুঞ্জা ইটো ৰাজ্য ॥ ৩০৪৮০
হেন যদি বাক্যসব শৃগালে কহিলা।
শুনি শার্দ্দূলৰ মন ক্রোধ জ্বলি গৈলা ॥
বুজিলো ইহাত তাৰ ব্রতৰ লক্ষণ।
জ্ঞানী নোহে কেৱলে আছিলো তপোজন ॥ ৩০৪৮১

এতেকে সকলে ধৰি আক বধিয়োক।
আক প্ৰতি জানা কিঞ্চিতেকো নাহি শোক ॥
শৃগালগণক হেন বুলিলেক বাণী।
তাকে শুনি শীঘ্ৰে আইলা ব্যাঘ্ৰৰ জননী ॥৩০৪৮২
পুত্ৰক সম্বোধি হেন বুলিলা উত্তৰ।
মিছা কাৰ্য্যে কৰা কেনে ক্ৰোধ গুৰুতৰ ॥
দেখিলো তোমাৰ বাপু কাৰ্য্য বিসঙ্গতি।
কি কাৰণে বধা হেন ধাৰ্ম্মিক নৃপতি ॥ ৩০৪৮৩
এহি সবে তোমাত কহিছে ভাণ্ড কৰি।
নিশ্চয় জানিবা সবে নৃপতিৰ বৈৰী ॥
জ্ঞাতিৰ সম্পত্তি দেখি জ্ঞাতি-চক্ষু পোৰে।
সহিবে নপাৰি তাৰ বধক আচৰে ॥ ৩০৪৮৪
শুচি সদাচাৰ কৰি থাকে শুদ্ধজন।
তাতো খলজনে দোষ কৰে আৰোপণ ॥
মুনিগণে ধ্যান কৰি থাকে অৰণ্যত।
তথাপিতো তাৰ শত্ৰু হোৱে উপস্থিত ॥ ৩০৪৮৫
সন্ত ধৰ্ম্ম ধৰিয়া সদায় প্ৰবৰ্ত্তয়।
তাহাকো লুভীয়া জনে হিংসা আচৰয় ॥
সকলো কাৰ্য্যত যিটো হোৱে সুচকিত।
কাৰ্য্যৰ অক্ষম জনে নপাৰে দেখিত ॥ ৩০৪৮৬
পণ্ডিতগণক দ্বেষ কৰে মুৰ্খজনে।
ধনৱন্ত জনক হিংসয় ধনহীনে ॥
ধাৰ্ম্মিকক অধাৰ্ম্মিকে সদায়ে হিংসয়।
ৰূপৱন্ত ভৈলে তাক কুৰূপে নিন্দয় ॥ ৩০৪৮৭
মুৰ্খ মায়াৱন্ত লোভাৱিষ্ট যত যত।
এসম্বাৰ সঙ্গ যদি ভৈলেক বহুত ॥
বৃহস্পতি সম হুয়া প্ৰৱৰ্ত্তে নিয়ত।
তথাপি এসবে দোষ জন্মাৱে কিঞ্চিত ॥ ৩০৪৮৮
অসত্যকো সত্য হেন দেখি কদাচিত।
সত্যকো অসত্য কৰি নপাৰে চিনিত ॥
দুষ্টগণে কহে নানা ধৰিয়া ভাৰক।
বিচাৰ কৰিলে বুজি সত্য অসত্যক ॥ ৩০৪৮৯
পৃথিৱী যেমন দেখি আকাশো তেমন।
বিচাৰিলে ভাৰ্য্যা পুত্ৰ দুয়ো হোৱে ভিন্ন ॥
অগ্নি ফিৰিঙ্গতি যেন দেখিয়া খদ্যোত।
কৰিলে বিচাৰ বাপু তাযো পাৱে তত্ত্ব ॥ ৩০৪৯০
পৰীক্ষা কৰিয়া জানা অৰ্থক থৈবেক।
তাত হস্তে পৰে জানা নপাৱে তাপক ॥
দুৰ্বলক বধনত কিছো ছিদ্ৰ নাই।
জিজ্ঞাসা কৰিলে পাচে বৰ তাপ পায় ॥ ৩০৪৯১
পূৰ্বত আপুনি তুমি পাতিছ নৃপতি।
ক্ৰোধৰ বেগত কেনে কৰা বিসঙ্গতি ॥
ক্ৰোধত থাকিয়া কেনে নকৰা বিচাৰ।
ৰাজা ননিয়াৱে মাংস জানিবা তোমাৰ ॥ ৩০৪৯২
ইসবে হৰিছে মাংস জানিবা নিশ্চয়।
শত্ৰুভাৱে ইটো দোষ ৰাজাত অৰ্পয় ॥
মাতৃ পুত্ৰে সম্বাদ কৰিলা এহিমানে।
এগুটি শৃগাল আসি ভৈলা সেহি থানে ॥ ৩০৪৯৩
যিমতে নিলেক মাংস সকলে কহিলা।
তাহাৰ কাৰ্য্যত কিছো দোষ নপৰিলা ॥
মাতৃক কৰয় ঘনে ঘনে নমস্কাৰ।
ভাল ক্ৰোধ-শান্তি মাৱে কৰিলা আমাৰ ॥ ৩০৪৯৪
ৰাজাক সমীপে ব্যাঘ্ৰ শীঘ্ৰে চলি গৈলা।
সকলো বৃত্তান্ত পাচে ৰাজাত জনাইলা ॥
যিটো কৰ্ম্ম স্মৰিয়া ব্যাঘ্ৰৰ সৰ্ব গায়।
দুঃসহ শোকত গাৱে অগনি উৰায় ॥ ৩০৪৯৫
পূৰ্বত কৰিয়া দুইৰো বাঢ়িলেক প্ৰীতি।
এহিমতে কতোদিন কৰিলা বসতি ॥
পাচে কালক্ৰমে দুহানৰ ভৈলা অন্ত।
কহিলো তোমাত নাতি এহিসে বৃত্তান্ত ॥ ৩০৪৯৬

সত্ত্ব দুষ্ট দুহানক চিনন নযায়।
বিচাৰ কৰিলে বাপু তেহে চিনি পায় ॥
পুনৰপি ধৰ্ম্মপুত্ৰে পুছন্ত ভীষ্মত।
বিশেষ নৃপতি আচৰিব কেনমত ॥ ৩০৪৯৭
কোন কোন ৰূপে সুখ হুইবেক নৃপৰ।
মোক অনুগ্ৰহি কহা শান্তনুকুমাৰ ॥
ভীষ্ম নিগদতি কথা কুন্তীৰ নন্দন।
শুনিয়ো কহিবো মই কৰি বিৱৰণ ॥ ৩০৪৯৮
যিবা যিবা কৰ্ম্ম কৰিবেক ৰাজাচয়।
যিবা কৰ্ম্ম কৰিলে নৃপতি সুখী হয় ॥
সকলো কহিবো মই ৰাজা শুনিয়োক।
পূৰ্ব্বে সত্যযুগে এক উট আছিলেক ॥ ৩০৪৯৯
মহা জাতিস্মৰ* সিটো তপ ধৰ্ম্মে ৰত।
তপস্যা কৰিলা পাচে গৈয়া অৰণ্যত ॥
কষ্ট ব্ৰত আচৰি আছিলা বহুদিন।
এহিমতে ব্ৰহ্মাক কৰিয়া আৰাধন ॥ ৩০৫০০
তাহাৰ তপত বিধি বৰ তুষ্ট ভৈলা।
হংসত চৰিয়া সেই অৰণ্যক গৈলা ॥
উটক সম্বোধি বিধি বুলিলা বচন।
কি কাৰণে মোক তই কৰা আৰাধন ॥ ৩০৫০১
মনৰ বাঞ্ছিত তুমি বৰিয়োক বৰ।
হেন শুনি উটে পাচে দিলেক উত্তৰ ॥
কি কহিবো প্ৰভু তুমি জানাহা সকল।
শতেক যোজন দীৰ্ঘ হোক মোৰ গল ॥ ৩০৫০২
এক স্থানে থাকি যেন পাওঁ বহুদূৰ।
এহি বৰ দিয়ো মোক বাঞ্ছিত মনৰ ॥
এহি হৌক বুলি ব্ৰহ্মা ভৈলা অন্তৰ্দ্ধান।
ভৈলা দীৰ্ঘ গ্ৰীৱা শত যোজন প্ৰমাণ ॥ ৩০৫০৩
বৰ পাই তাহাৰ আনন্দ আতি ভৈলা।
এৰি সিটো বন আপুনাৰ বনে গৈলা ॥
দৈৱবশে তাহাৰ আলস্যে পাইলা আসি।
নাহি লৰচৰ একে ঠাইতে থাকে বসি ॥ ৩০৫০৪
গ্ৰীৱা দীৰ্ঘ কৰি সিটো কল্পয় আহাৰ।
পাচে যেন কথা ভৈলা শুনিয়ো তাহাৰ ॥
একদিনা সেহি উটে আহাৰক মনে।
মেলি পঠাইলেক গল আতি দূৰ স্থানে ॥ ৩০৫০৫
আনিলেক বাত-বৃষ্টি আতি গুৰুতৰ।
আলস্যত থাকি গ্ৰাৱা নানিলা ওচৰ ॥
সমীপত দেখিলেক গিৰি গহ্বৰ।
গল কোচাই তাহাৰ থাপিলা তাত শিৰ ॥ ৩০৫০৬
ঘোৰ বৃষ্টি জলে বুৰাইলেক বসুমতী।
পাচে যেন ভৈলা তাক শুনিয়ো সম্প্ৰতি ॥
শৃগাল শৃগালী আছিলেক সেহি ঠাৱ।
শীতে পীড়িলেক তাৰ কাম্পে সৰ্বগাৰ ॥ ৩০৫০৭
জলে ব্যাপি আছে কৈক নপাৰে যাইবাক।
শৃগালী সহিতে গৈলা সেহিতো গুহাক ॥
ক্ষুধিত শৃগালে দেখিলেক গ্ৰীৱা শিৰ।
বোলে আজি পিবো আৰ তপত ৰুধিৰ ॥ ৩০৫০৮
এহি বুলি শৃগাল শৃগালী সাজ ভৈলা।
লাসে লাসে গৈয়া তাৰ মাংসক ভুঞ্জিলা ॥
বেদনাক পাই পাচে কৰে লৰচৰ।
কতো তলে নেয় কত থাকয় উপৰ ॥ ৩০৫০৯
তাক দেখি শৃগালৰ ভয় সম্পোজিলা।
গাৱৰ সন্ধানে ছুয়ো কামোৰ বসাইলা ॥
সেহিসে কামোৰে তাৰ গল ছিণ্ডি গৈলা।
সেহি বেদনাত উট যমপুৰে গৈলা ॥ ৩০৫১০
আলস্য থাকি দেখা উট গৈলা মৰি।
নাহি আন শত্ৰু জানা আলস্যত কৰি ॥
এতেকে আলস্য এৰি জানা নৃপবৰ।
নীতি ধৰ্ম্ম ধৰি ৰাজ্য লোকক আচৰ ॥ ৩০৫১১

* জাতিস্মৰ-পূৰ্বজন্মৰ কথা কব পৰা

বুদ্ধি মন্ত্ৰণায়ে নৃপতিৰ আদি মূল।
ইহাক নজানে যিটো নৃপতি বাতুল ॥
গুপ্ত কৰি মন্ত্ৰণা কৰিব সৰ্বদায়।
বাচিয়া লৈবেক ৰাজা আপুন সহায় ॥ ৩০৫১২
প্ৰাণীৰ চিত্তক পৰীক্ষিব সৰ্বভাবে।
সেহি নৃপতিয়ে সৰ্ব সম্পত্তিক পাৱে ॥
সুশিক্ষিত মন্ত্ৰী ভৈল যিটো নৃপতিৰ।
পাৱে অধিপতি হুইব সাতো পৃথিৱীৰ ॥ ৩০৫১৩
মহেন্দ্ৰ সমান তাৰ হোৱয় প্ৰতাপ।
সেহিমতে আচৰিয়ো যুধিষ্ঠিৰ বাপ ॥
যুধিষ্ঠিৰ বদতি শুনিয়ো কুৰুবীৰ।
সহায় নাহিকো জানা যিটো নৃপতিৰ ॥ ৩০৫১৪
নাহি বল পৰাক্ৰম বৃদ্ধ ভৈল আতি।
যদিবা হেনসে জন ভৈলেক নৃপতি ॥
কেনে নীতি ধৰি প্ৰবৰ্ত্তিবে ভাগে ভাগে।
সেহি নীতি পিতামহ কহা মোৰ আগে ॥ ৩০৫১৫
ভীষ্ম বোলে সাধু মোৰ পুছিলাহা নাতি।
আতে ইতিহাস কহো শুনা কৰ্ণ পাতি ॥
পৃথিৱীত যত নদী আছয় সম্প্ৰতি।
সকলোৰে কৰে গতি সমুদ্ৰক প্ৰতি ॥ ৩০৫১৬
একদিনা সমুদ্ৰৰ লাগিল সংশয়।
সকল নদীক চাই বচন বোলয় ॥
সমুদ্ৰ বদতি কথা শুনা সবে নদী।
সদা বহি আছা গিৰি দুৰ্গমক ভেদি ॥ ৩০৫১৭
বৃক্ষ লতা ডালে মূলে আনাহা উভাৰি।
নানা বংশ কিবা তোৰা বলেৰে নপাৰি ॥
শৰীৰ ডাঙ্গৰ নোহে শিখা উপৰত।
তথাপিতো নানি তাক এৰিলা কিমত ॥ ৩০৫১৮
বৃক্ষ সকলেয়ো জন্ম আছয় ধৰিয়া।
ছোট দেখি নানা কিবা অৱজ্ঞা কৰিয়া ॥
কহিয়ো কাৰণ ইটো সবাৰে সম্মত।
শুনিবাক লাগি আমাৰ ভৈল চিত ॥ ৩০৫১৯
হেন যদি কথা পাচে সাগৰে পুছিলা।
তাক শুনি গঙ্গা পাচে কহিবেক লৈলা ॥
ভাগীৰথী বদতি শুনিয়ো ৰত্নাকৰ।
যি পুছিলা কথা কহিবোহো সাৰোত্তৰ ॥ ৩০৫২০
দেখা সবে নদী আমাসাক নিৰন্তৰ।
বৰ্ষাত ধৰয় বেগ আতি খৰতৰ ॥
ঢৌৰ জোঁৱাৰ তাত অনেক ফুটয়।
দেখিয়া মনুষ্যগণে পাৱে মহাভয় ॥ ৩০৫২১
তথাপি বৃক্ষৰ কিঞ্চিতেকো শঙ্কা নাই।
কটাক্ষ নকৰি গৰ্বে থাকন্ত সদায় ॥
মহাক্ৰোধ উঠে তাৰ গৰ্বক দেখিয়া।
মূলক উভাৰি তাক আনোহো খসায়া ॥ ৩০৫২২
যিসব নানোহো বংশ শুনা অভিপ্ৰায়।
আমাৰ তীৰত সিটো থাকে সৰ্বদায় ॥
খৰতৰ বেগ আতি দেখিয়া আমাৰ।
বিদুৰতে বংশে পৰি কৰে নমস্কাৰ ॥ ৩০৫২৩
স্তুতি নতি অনেক বোলয় বংশগণ।
তাহাক নানিয়া এবো এহিসে কাৰণ ॥
কালকো জানয় আৰো জানয় সময়।
সকলোৰে বশৱৰ্ত্তী উদ্ধত নহয় ॥ ৩০৫২৪
আমাক দেখিয়া নথাকয় ধৈৰ্য্য ধৰি।
জানা জলনিধি আমি নানো কৃপা কৰি ॥
বায়ুৰ বেগত যিটো বৃক্ষ লতাচয়।
বলৱন্ত জানি যিটো প্ৰণাম কৰয় ॥ ৩০৫২৫
সিসবৰ আমাত নাহিকে কিছো ভয়।
যিসব নমানে তাৰ মিলয় প্ৰলয় ॥
বলৱন্ত জনৰ গৰ্বক নসহয়।
সিটো অৱশ্যেকে জানা যায় যমালয় ॥ ৩০৫২৬

আপুনাৰ যিটো জানে বল পৰাক্ৰম।
সাৰ অসাৰক বুজিবেক অনুক্ৰম ॥
শক্ৰুৰ জানিবে বল দুৰ্বল স্বভাৱ।
সেহিসব জনে নপাৱয় পৰাভৱ ॥ ৩০৫২৭
প্ৰধান শক্ৰুক যিটো দেখি প্ৰাণীচয়।
বহু মান্য কৰি প্ৰীতি বাক্যক বোলয় ॥
বেত্তস বৃত্তিক ধৰি কৰে নমস্কাৰ।
জ্ঞানীৰ লক্ষণ এহি কহিলোহো সাৰ ॥ ৩০৫২৮
ৰাজা যুধিষ্ঠিৰ পাচে কৰি অৱনত।
পণ্ডিতে বা কি কৰিব মূৰ্খৰ আগত ॥
দুৰ্জ্জনৰ মধ্যে মৃদু হৈবেক কিমত।
ইহাক প্ৰপঞ্চি আৰে কহিয়ো আমাত ॥ ৩০৫২৯
ভীষ্মে বোলে শুনা যুধিষ্ঠিৰ নৃপবৰ।
যি পুছিলা কহো শুনা ইহাৰ উত্তৰ ॥
পণ্ডিতক মূৰ্খে যদি বোলে নানা মন্দ।
সহিয়া থাকিব তাক নকৰিব দন্দ ॥ ৩০৫৩০
মৃদুভাৱ দেখাই তাক বুলিবেক প্ৰীতি।
সেহিসে পণ্ডিতে জানা লভিবেক কীৰ্ত্তি ॥
সঙ্গত নলৈব ৰাজা দুষ্ট মন্ত্ৰীগণ।
তাত হন্তে নৃপতিৰ নৰহে জীৱন ॥ ৩০৫৩১
যদি নীচ জনক দিৱয় উচ্চপদ।
সেহিসে ৰাজাৰ জানা মুগুচে আপদ ॥
কহো ইতিহাস এক শুনা যুধিষ্ঠিৰ।
পৰশুৰাম সমে যিটো সম্বাদ ঋষিৰ ॥ ৩০৫৩২

ঋষি-পৰশুৰাম সংবাদ

ঋষিগণে কহে কথা পৰশুৰামত।
পূৰ্ব্বে এক ঋষি গৈয়া আছিল বনত ॥
থাকে হিংস্ৰ জন্তু এহি বনে পালে পালে।
ঋষিৰ প্ৰভাৱে কেহো কাহাকো নখালে ॥৩০৫৩৩
মহা ধৈৰ্য্যৱন্ত ঋষি তপস্যাত ৰত।
সিংহ ব্যাঘ্ৰ আদি কৰি থাকয় সঙ্গত ॥
ঋষি ভৈলে গুৰু সেহিসব শিষ্যপ্ৰায়।
ঋষিত অনুজ্ঞা লই ফুৰিবাক যায় ॥ ৩০৫৩৪
এগুটি কুকুৰ থাকে ঋষিৰ সঙ্গত।
মুনিৰো স্নেহৰ পাত্ৰ ভৈলেক ভকত ॥
ঋষিৰ সঙ্গত সিটো নচাৰে কিঞ্চিত।
ফল মূল আহাৰ কৰয় যথোচিত ॥ ৩০৫৩৫
যেন মুনিগণে ধ্যান সদায়ে আচৰে।
সেহিমতে পৰি থাকে ঋষিৰ ওচৰে ॥
আসিলেক ব্যাঘ্ৰ এক হুয়া ক্ষুধাতুৰ।
ঋষিৰ পাশক গৈয়া দেখিলা কুকুৰ ॥ ৩০৫৩৬
তাহাক খাইবাক প্ৰতি তাৰ ভৈল মন।
কুকুৰে বুজিয়া পাচে ব্যাঘ্ৰৰ লক্ষণ ॥
খাব বুলি তাৰ আতি ভয় সম্পজিল।
ভয় পায়া ঋষিপাশে শৰণ পশিল ॥ ৩০৫৩৭
ঋষিক সম্বোধি হেন বচন বোলয়।
ত্ৰাহি ত্ৰাহি মুনিৰাজ তুমি কৃপাময় ॥
দেখা দেখা ব্যাঘ্ৰ আসে খাইবেক আমাক।
কোন ৰূপে নিবাৰণ কৰিয়ো তাহাক ॥ ৩০৫৩৮
কেনমতে মোৰ প্ৰাণ গুটি ৰক্ষা পাওঁ।
তোমাৰ প্ৰসাদে যেন ভয়ক নপাওঁ ॥
তাহাৰ কাতৰ দেখি ঋষি মহাভাগ।
চাৰে চক্ষু মেলি ব্যাঘ্ৰ আসি পাৱে লাগ ॥ ৩০৫৩৯
ক্ষুধাতুৰ হুয়া ব্যাঘ্ৰ আসিছে সম্প্ৰতি।
কুকুৰ গুটিক খাইবে কৰি অনুমতি ॥
কুকুৰকো ঋষি পাচে চাইলা টৈৰ কৰি।
ব্যাঘ্ৰৰ ভয়ত সিটো কাম্পে থৰথৰি ॥ ৩০৫৪০
কিৰূপে ব্যাঘ্ৰৰ হাতে ৰাখিবো ইহাক।
এহি ভাবি কুকুৰক বুলিলেক বাক ॥

ব্যাঘ্ৰ হোৱা বুলি ঋষি বচন বুলিলা।
কুকুৰ গুচিয়া তেতিক্ষণে ব্যাঘ্ৰ ভৈলা ॥ ৩০৫৪১
ব্যাঘ্ৰ দেখি সিটো ব্যাঘ্ৰ ভৈল নিৰ্ষৰ্তন।
আৰো যেন ভৈল পাচে শুনিয়ো লক্ষণ ॥
নিতে নিতে সিটো ব্যাঘ্ৰে পশু মাৰি খায়।
নিতে নিতে সিটো তৈতে থাকন্ত জিবায় ॥৩০৫৪২
তাহাত ভ্ৰময় এক প্ৰমত্ত কুঞ্জৰ।
যেন কালমেঘ সম দেখি ভয়ঙ্কৰ ॥
ব্যাঘ্ৰক দেখিলা সিটো বৃক্ষৰ মূলত।
তাক মাৰিবাক প্ৰতি চলিলা ক্ৰোধত ॥ ৩০৫৪৩
দেখিয়া ব্যাঘ্ৰৰ বৰ সম্পাজিলা ভয়।
লৰৰি ঋষিৰ গৈয়া লৈলেক আশ্ৰয় ॥
দেখা প্ৰভু ঋষিৰাজ ভৈলেক অকাৰ্য্য।
মোক মাৰিবাক প্ৰতি আসে গজৰাজ ॥ ৩০৫৪৪
ইটো সঙ্কটত হন্তে কেনে পাৰ কৰা।
তুমি নাৰাখিলে ভৈলো জীৱন্ততে মৰা ॥
তাহাৰ সঙ্কট দেখি দায়া সম্পজিল।
ব্যাঘ্ৰ গুচাই প্ৰমত্ত কুঞ্জৰ কৰি থৈল ॥ ৩০৫৪৫
মহামেঘ সদৃশ দেখিয়া ভয়ঙ্কৰ।
আচোক মাৰিবে ভয়ে দেখি দিলা লৰ ॥
মুহূৰ্ত্তেক মানে জানা তাৰ ভয় গৈল।
পৰম আনন্দে বনে ভ্ৰমিবাক লৈল ॥ ৩০৫৪৬
মত্ত হুয়া নামি কতো ভাঙ্গে পদ্মবন।
পদ্মৰেণু লাগি কত দেখি সুশোভন ॥
এহিমতে ৰঙ্গ কৰি কত দিন আছে।
আত অনন্তৰে কথা শুনিয়োক পাচে ॥ ৩০৫৪৭
সেহি সময়ত এক আসিল কেশৰী।
আতি ভয়ানক ৰূপ পৰ্ব্বতৰ সৰি ॥
হস্তীৰ অন্তক সিটো কেশৰী প্ৰমত্ত।
দশ পাঞ্চ হস্তী খাৱে এৰৈক্ক বাৰত ॥ ৩০৫৪৮
হেন সিংহ আসিবাৰ দেখিয়া কুঞ্জৰ।
ঋষিৰ চৰণে গৈয়া কৰিলা গোচৰ ॥
হস্তী নিগদতি কথা শুনা তপোধন।
দেখা সিংহ হন্তে হোৱে মোহোৰ মৰণ ॥ ৩০৫৪৯
দেখিয়া মুনিৰ বৰ কৰুণা জন্মিল।
হস্তী গুচাই তেবে তাক কেশৰী কৰিল ॥
হেন দেখি বন্যসিংহ আকুঞ্চিত মন।
মোত কৰি বড়া দেখো ভৈল একজন ॥ ৩০৫৫০
তাত কৰি বড়া দেখি আতি বলৱন্ত।
গৈলেক অন্তৰি সিটো থাকিয়া ভয়ত ॥
ঋষিৰ আশ্ৰয়ে যত আছে জন্তুচয়।
সিয়ো পলাই গৈলেক তাহাত পাই ভয় ॥৩০৫৫১
এহিমতে কৌতুকে আছন্ত সিটো তথা।
আত অনন্তৰে আৰে শুনা পাচকথা ॥
আসিল শৰভ এক আতি ভয়ঙ্কৰ।
সকল প্ৰাণীৰ মধ্যে যম পটন্তৰ ॥ ৩০৫৫২
আঠখান পাৱ তাৰ আতি থুলন্তৰ।
দুই কৰ্ণ লাগু গোট আতি ভয়ঙ্কৰ ॥
দীৰ্ঘ মুখ গোট দুই চক্ষু উপৰত।
দুইকুৰা অগ্নি যেন দেখি সেহিমত ॥ ৩০৫৫৩
দুই গোটা ওষ্ঠক দেখিয়া কৃষ্ণবৰ্ণ।
দেখি ভয় জন্মে আতি সুদীৰ্ঘ দশন ॥
ভয়ঙ্কৰ উচ্ছ্ৰিত তাহাৰ দেখি কায়।
অল্প শত প্ৰাণীৰ জীৱন উৰি যায় ॥ ৩০৫৫৪
পৰাক্ৰম কৰি আইলা অৰণ্যক ভেদি।
এহিমতে শৰভে সিংহক আইলা খেদি ॥
তাক দেখি কেশৰীৰ ধাতু উৰি গৈলা।
ঋষিৰ চৰণে গৈয়া শৰণ পশিলা ॥ ৩০৫৫৫
ত্ৰাহি ত্ৰাহি ঋষিৰাজ কৰা পৰিত্ৰাণ।
শৰভত হন্তে প্ৰভু ৰক্ষা কৰা প্ৰাণ ॥

তাহাৰ কাৰুণ্য শুনি ঋষি মহাশয়।
তুমিয়ো শৰভ হুয়ো বুলিলো নিশ্চয় ॥ ৩০৫৫৬
তেখনে শৰভ সিটো ভৈল ভয়ানক।
আৰণ্যক শৰভেয়ো তাক দেখিলেক ॥
মনে বোলে বলে পৰাক্ৰমে দেখো চাৰ।
ইঠাইত থাকিলে জানো চিন্তে মোৰ মাৰ ॥ ৩০৫৫৭
এহিমতে ভাবি পাচে উপায় নপাইল।
ভয়ৰ কাৰণে তথা হন্তে আতৰিল ॥
যেৱে সেহি শৰভ ভয়ত পলাই গৈল।
আত অনন্তৰে শুনা যেন কথা ভৈল ॥ ৩০৫৫৮
ঋষিৰ শৰভ পাচে আশ্ৰমত ৰৈল।
যত বনচৰ প্ৰাণী হিংসিবে লাগিল ॥
এটি দুটি কৰি সবাহাক্কে ধৰি খায়।
তাহাৰ ভয়ত দশোদিশে পলাই যায় ॥ ৩০৫৫৯
এহিমতে জন্তুচয় গৈলেক পলাই।
খাব নপাই তাহাৰ ভোকত প্ৰাণ যায় ॥
ঋষিক খাইবাক প্ৰতি কৰিল যতন।
অনুমানে ঋষি তাৰ বুজিলেক মন ॥ ৩০৫৬০
ঋষি বোলে শুন পাপী মোহোৰ বচন।
পূৰ্বে তই আছিলি কুকুৰ একজন ॥
ব্যাঘ্ৰ কৰিলোহো তোক আতি দয়াতৰে।
কৰিলোহো হস্তী পাচে তাত অনন্তৰে ॥ ৩০৫৬১
ভৈলি মদমত্ত কেহো নাহি সৰিবৰি।
তাতো ভয় পাইলি দেখি কৰিলো কেশৰী ॥
কৰিলো শৰভ তোৰ বঢ়ায়া উৎসাহ।
এভো অপকাৰী ভৈলো মোক খাইবে চাহ ॥ ৩০৫৬২
কৰো প্ৰায়শ্চিত্ত পাপী শুনিয়ো বচন।
পূৰ্বৰ কুকুৰ তই হৈয়ো এতিক্ষণ ॥
ভীষ্মে বোলে শুনা তুমি ৰাজা যুধিষ্ঠিৰ।
শৰভ গুচিয়া পাচে ভৈলেক কুকুৰ ॥ ৩০৫৬৩

কুকুৰ যে হুয়া বৰ অভিমান পাইল।
হেন দেখি দুষ্টে পাচে ভাবিতে লাগিল ॥
হৰি হৰি বিধি মই কি কাম কৰিলো।
ঋষিৰ ক্ৰোধত দেখো সমূলে মৰিলো ॥ ৩০৫৬৪
ভৈলোহো বৰতো বৰ মুনিৰ প্ৰসাদে।
ঋষিৰ ক্ৰোধত আৰে পাইলো প্ৰমাদে ॥
এহিমতে ভাবি দুষ্ট তথাতে আছিল।
তাক দেখি ব্ৰাহ্মণৰ ক্ৰোধ জ্বলি গৈল ॥ ৩০৫৬৫
ক্ৰোধ কৰি তাহাক বুলিলা ঋষিবৰ।
মোৰ ইথানৰ পৰা সত্বৰে অন্তৰ ॥
প্ৰাণৰক্ষা কৰি সিটো গৈলেক অন্তৰি।
এহিসে দৃষ্টান্ত ৰাজা চোৱা মন কৰি ॥ ৩০৫৬৬
যদি দুষ্ট জনক দিবয় উচ্চপদ।
সেহিতো ৰাজাৰ জানা মিলয় আপদ ॥
ভূত ভবিষ্যত জানে বেদতো পাৰ্গত।
চৰাচৰ নষ্ট হোৱে যাহাৰ বাক্যত ॥ ৩০৫৬৭
দেখিয়ো আশ্চৰ্য্য কেনে দুষ্টৰ লক্ষণ।
হেনয় ঋষিক মাৰিবাক কৰে মন ॥
সদ কুলে জন্মিবেক হুইবে সদাচাৰ।
ধৰ্ম্ম অধৰ্ম্মৰ তাৰ জানিবে বিচাৰ ॥ ৩০৫৬৮
হেনসে জনক সঙ্গে লৈবেক নৃপতি।
তেবে যশকীৰ্ত্তি বাঢ়ে নপাৱে দুৰ্গতি ॥
যিটো যি কৰ্ম্মৰ লোক তাতে নিয়োজিব।
তেবেসে নৃপতি সুখে ৰাজ্যক ভুঞ্জিব ॥ ৩০৫৬৯
নমো নমো কৃষ্ণ পূৰ্ণ ব্ৰহ্ম অৱতাৰ।
নৱ ঘনশ্যামসম তনু সুকুমাৰ ॥
নমো পীতবস্ত্ৰধাৰী নমো লক্ষ্মীপতি।
নমো পূৰ্ণানন্দ হৰি নমো পশুপতি ॥ ৩০৫৭০
বামণ স্বৰূপ নমো নমো পৰশুৰাম।
নমো সূৰ্য্যবংশধৰ যাক বোলে ৰাম ॥

বৰাহ স্বৰূপ নমো মৎস্যৰূপধাৰী।
নৃসিংহক নমো যিটো দৈত্য অন্তকাৰী ॥ ৩০৫৭১
নমো হলিৰাম কূৰ্ম্মৰূপী ভগৱন্ত।
বুদ্ধকল্কী নমো যাৰ মহিমা অনন্ত ॥
কৰোহো প্ৰণাম যিটো ভকতৰ গতি।
তোমাৰ চৰণে মোৰ সদা ৰৌক মতি ॥ ৩০৫৭২
অৰ্জ্জুনে সহিতে প্ৰভু কৰি মিত্ৰৰতি।
তাহান সাৰথি প্ৰভু ভৈলা যদুপতি ॥
এহি চলে পৃথিবীৰ খণ্ডিলাহা ভাৰ।
অসংখ্য প্ৰাণীক প্ৰভু কৰিলা নিস্তাৰ ॥ ৩০৫৭৩
তব গুণ কীৰ্ত্তনৰ মহিমা অপাৰ।
জাতি অজাতিক তুমি নকৰা বিচাৰ ॥
যেহি ভজে তাতে তুষ্ট হোৱা নাৰায়ণ।
এতেকে জানিলো তুমি সবাতে সমান ॥ ৩০৫৭৪
শুনা সমজ্যাৰ লোক এৰি আন কাম।
নেৰিবা মুখত বন্ধু মাধৱৰ নাম ॥
দ্বিজ লক্ষ্মীনাথে বোলে ইসে তত্ত্বসাৰ।
বোলা ৰাম ৰাম হৌক পুৰুষ উদ্ধাৰ ॥ ৩০৫৭৫

---

মনু-বশিষ্ঠ সংবাদ কথন

**দুলড়ী**

যুধিষ্ঠিৰে বোলে শুনা পিতামহ
ৰাজনীতি অসংখ্যাত।
ধৰ্ম্ম অধৰ্ম্মৰ আৰো আশ্ৰমৰ
কহিয়ো সবে আমাত ॥
আৰো বোলা দণ্ডে সবে বশ্য হয়
দেৱতা মনুষ্যচয়।
কিবা ৰূপ দণ্ড কিমত আকাৰ
কাত হন্তে জন্মিছয় ॥ ৩০৫৭৬
কাহাত আশ্ৰয় কৰিয়া থাকয়
কিমত লক্ষণ তাৰ।
সবে প্ৰাণীগণ ধৰি নিতে মনে
কিহেতু কৰয় ডৰ ॥
ইহাৰ সংশয় গুচায়োক মোৰ
তুমি ভাগীৰথীসুত।
ভীষ্মে বোলে শুনা যুধিষ্ঠিৰ ৰায়
কহিবোহো যথোচিত ॥ ৩০৫৭৭
যিটো দণ্ডে প্ৰাণী গণ বশ হোৱে
সেহিসে দণ্ড কেৱল।
দণ্ডৰ কাহিনী বশিষ্ঠৰ আগে
পূৰ্ব্বত মনু কহিল ॥
জমদগ্নি ৰূপ সাক্ষাতে দেৱতা
দিব্য বাহু দুইখান।
চাৰিটা দশন ত্ৰিশূল প্ৰমাণ
উচ্চ দুইখান কাণ ॥ ৩০৫৭৮
শৰীৰৰ লোম আছয় শিহৰি
সবে উৰ্দ্ধ গতি কৰি।
শিৰে ঘোৰ জটা আছে উৰ্দ্ধ হুই
দেখিয়া ভয়ত ডৰি ॥
লহ লহ কৰে দুইখান জিহ্বা
দেখি আতি ভয়ানক।
তাম্ৰবৰ্ণ মুখ পিঙ্গটীয়া ডাড়ি
চক্ষু জলে অসংখ্যক ॥ ৩০৫৭৯
নীল উতপল সম শ্যাম তনু
ব্যাঘ্ৰ চৰ্ম্ম পৰিধান।
হেন উগ্ৰ ৰূপ কহিলো দণ্ডৰ
জানাহা আৰ প্ৰমাণ ॥
অসি ধনু গদা ত্ৰিশূল মুদগৰ
মুষল শকতি শৰ।
চক্ৰ পৰশু প্ৰাস* দণ্ড ৰিষ্টিচয়‡
জানাহা শেল তোমৰ ॥ ৩০৫৮০
আৰো যত যত প্ৰহাৰ কৰয়
দণ্ডৰ এহি আশ্ৰয়।
ইহাত আশ্ৰয় কৰিয়া জাগ্ৰত
দণ্ডে সদা প্ৰবৰ্ত্তয় ॥

*প্ৰাস — অস্ত্ৰ বিশেষ। ‡ ৰিষ্টি — খড়্গ

কাকো কৰে ছেদ কাকো কৰে ভেদ
কাকো কৰে অঙ্গ হানি।
চক্ষু উৎপাটয় সমূলে মাৰয়
কাহাকো বান্ধয় টানি ॥ ৩০৫৮১
চৰ্ম্মে পীড়া কৰে তাড়ে চাবুকেৰে
কাকো লৌহে কৰে বন্দী।
নাকে কাণে কতো শালক মাৰয়
পীড়াত থাকয় কান্দি ॥
এহিমতে দণ্ডে সবাতে প্ৰবৰ্ত্তে
জানাহা পাণ্ডুনন্দন।
এহিৰূপে ধৰ্ম্ম দণ্ড পুৰুষৰ
কহিলো সত্য বচন ॥ ৩০৫৮২
ভিন্ন ভিন্ন কৰি কহিবো সংহৰি
আন নাম আছে যত।
অতি তীক্ষ্ণ কৰ্ম্মা বোলে দুৰাধৰ্ষ
স্ত্ৰী-গৰ্ভ বোলে সাম্প্ৰত ॥
বিষয় প্ৰশস্ত আবো ব্যৱহাৰ
বোলে জানা প্ৰজাগৰ।
অনিৰ্ব্বিষ মন ধৰ্ম্ম নাম যাৰ
আয়ুৰ্বেদ তাসম্বাৰ ॥ ৩০৫৮৩
ধৰ্ম্মৰ পালক অক্ষৰ যে দেৱ
সত্যগ নিত্যগ আৰ।
ৰুদ্ৰৰ তনয় অসঙ্গ অগ্ৰজ
শিৱঙ্কৰ নাম যাৰ ॥
কতো বোলে মুনি কতো বোলে জ্যেষ্ঠ
এহিসে নাম দণ্ডৰ।
কহিলো তোমাত জানা যুধিষ্ঠিৰ
আবো শুনা আতপৰ ॥ ৩০৫৮৪
দণ্ডে জানা বিষ্ণু যজ্ঞ ভগৱন্ত
দণ্ডে প্ৰভু নাৰায়ণ।
চৈতন্য পুৰুষ মহা প্ৰকৃতিক
ধৰে যিটো সৰ্ব্বক্ষণ ॥
মহন্ত পুৰুষ জানিবা দণ্ডক
আবো কহো শুনিয়োক।

তোমাৰ আগত কহিবো শুনাহা
দণ্ডনীতি বোলে যাক ॥ ৩০৫৮৫
ব্ৰহ্মা বধূ যাক বোলয় সাবিত্ৰী
লক্ষ্মী দেৱী সৰস্বতী।
বোলে জগদ্ধাত্ৰী দেৱী মহামায়া
যিটো মাতৃ ভগৱতী ॥
আবো যুধিষ্ঠিৰ শুনাহা দণ্ডৰ
ধৰিছে বহু শৰীৰ।
সুখ দুখ অৰ্থ অনৰ্থ অধৰ্ম্ম
ধৰ্ম্ম বলাবল কৰ ॥ ৩০৫৮৬
সৌভাগ্য দুৰ্ভাগ্য আবো পুণ্যাপুণ্য
সুগুণ দুৰ্গুণ হেতু।
কাম যে অকাম দিবস শৰ্ব্বৰী
মাস বোলে যাক ঋতু ॥
বেলা ক্ষণ অল্প বাদ যে প্ৰবাদ
হৰ্ষ ক্ৰোধ সম দম।
হিংসা অহিংসন ভয় যে অভয়
মোক্ষামোক্ষ আবো যম ॥ ৩০৫৮৭
তপ যজ্ঞ দান বিষ যে নিৰ্ব্বিষ
আদি মধ্য যিটো অন্ত।
যত কৰ্ম্মৰূপ তাহান পালক
দণ্ড ৰূপ ভগৱন্ত ॥
দমন প্ৰমাদ দুষ্ট দম্ভ ধৈৰ্য্য
জানিবা নীতি অনীতি।
মান অপমান ব্যয় যে অব্যয়
শক্তি আবো অশকতি ॥ ৩০৫৮৮
বিনয় অসঙ্গ জানা লোকালোক
কহিলো আৰে তোমাত।
সত্য যে অসত্য শ্ৰদ্ধা অহঙ্কাৰ
জানা মহা জ্ঞানৱন্ত ॥
স্থিৰ ব্যৱসায় লাভ যে অলাভ
দণ্ডে জয় পৰাজয়।
তীক্ষ্ণ মৃদুতৰ গম অনাগম
বিবোধা-বিবোধি মৰ ॥ ৩০৫৮৯

কাৰ্য্য যে অকাৰ্য্য আৰো বলাবল
অসূয়া হিংসা ৰহিত।
লজ্জা ৰূপ আৰো নিৰ্লজ্জ স্বৰূপ
সম্পদ আৰো বিপদ॥
তেজস্বী পণ্ডিত চতুৰ বাক্যত
তত্ত্বজ্ঞানী বোলে যাক।
জানা যুধিষ্ঠিৰ একৰূপ দণ্ডৰ
কহিলোহো স্বৰূপক॥ ৩০৫৯০
দণ্ড নভৈলেসে জানাহা প্ৰাণীত
ভৈল হন্তে বিসঙ্গতি।
জানাহা দণ্ডৰ ভয়ে নিৰন্তৰ
কাকো কেৱে নিহিংসন্তি॥
দণ্ডেসে প্ৰজাক ৰক্ষা কৰি আছে
ৰাজাকো দণ্ডে বঢ়াইছে।
এতেকে দণ্ডত সবাৰো আশ্ৰয়
ব্যৱস্থা কৰিয়া আছে॥ ৩০৫৯১
দণ্ড হন্তে সত্য নীতি ব্ৰাহ্মণৰ
বিপ্ৰত প্ৰবৰ্ত্তে বেদ।
বেদ প্ৰবৰ্ত্তিলে যজ্ঞ সিদ্ধি হয়
কহিলোহো পৰিচ্ছেদ॥
যজ্ঞ হেতু সৰ্ব দেৱ তুষ্ট হোৱে
বৃষ্টি হেতু হোৱে অন্ন।
অন্নেসে জানিবা প্ৰজা সকলৰ
নিশ্চয় প্ৰাণ জীৱন॥ ৩০৫৯২
সদায়ে প্ৰজাত দণ্ড জাগি থাকে
তেৱে সচকিত মতি।
এহি হেতু দণ্ডে জানা যুধিষ্ঠিৰ
ৰাজাকো কৰিলে গতি॥
এতেকতে ৰাজা যাক নদণ্ডিব
তাৰ কহো অভিপ্ৰায়।
পিতৃ মাতৃ ভ্ৰাতৃ ভাৰ্য্যা পুৰোহিত
স্বকীয় ধৰ্ম্মে থাকয়॥ ৩০৫৯৩
আসন্বাক ৰাজা দণ্ড নকৰিবা
শাস্ত্ৰৰ এহি উচিত।
মধুৰ বাক্যেৰে সদা আশ্বাসিবা
বুলিবেক যথোচিত॥
নমো নমো দণ্ড ৰূপী ভগৱন্ত
যাৰ নাহি আদি অন্ত।
ব্ৰহ্মাৰূপে স্ৰজা বিষ্ণুৰূপে পালা
ৰুদ্ৰৰূপে কৰা অন্ত॥ ৩০৫৯৪
দেখা ঈশ্বৰৰ প্ৰজা সমস্তত
দায়া কেনে অতিৰেক।
দণ্ডৰূপ ধৰি কৰয় সাধন
নৃপতি আসি ভৈলেক॥
হেন ঈশ্বৰৰ চৰণ কমলে
সম্প্ৰতি গৈলো বিক্ৰয়।
পৰম পাতকী সংসাৰে ৰহিলো
উদ্ধাৰিয়ো দয়াময়॥ ৩০৫৯৫
যমৰ যাতনা শুনি মোৰ গাৱ
ভয়ে কাম্পে তৰতৰি।
অসংখ্য যোনিত ভ্ৰমি দুখ পালো
উপজিয়া মৰি মৰি॥
ইহেন দুৰ্ল্লভ ভাৰত ভূমিত
আছো নৰতনু পায়া।
তথাপিতো নাথ তোমাক নজানো
মুহিলেক বিষ্ণুমায়া॥ ৩০৫৯৬
দুষ্টৰ মায়াক তৰিবাক প্ৰতি
কাহাৰো শকতি নাই।
তোমাৰ নিগ্ৰহ ভৈল যাক প্ৰতি
ভ্ৰমি থাকে সৰ্বদায়॥
তব কৃপালেশ ভৈল যি জনক
মায়ায়ো নচাপে পাশ।
মহামোহ পাশ ছিণ্ডিয়া মোহোক
কৰি লৈয়ো নিজ দাস॥ ৩০৫৯৭
সত্যে সত্যে প্ৰভু তোমাৰ চৰণে
শৰণ পশিলো মই।
কৃপা কৰা নাথ সংসাৰ সাগৰে
তুমি বিনে গতি নাই॥

শুনা সৰ্ব্বজন অল্পতে মৰণ
থিৰ নোহে ইটো কায়।
হেন জানি হৰি চৰণে ভজিয়া
ৰাম বোলা সৰ্ব্বদায় ॥ ৩০৫৯৮

---

বসুহোম-মান্ধাতা সংবাদ কথন

পদ

জন্মেজয় পুছে মুনি বৈশম্পায়নত।
আৰো গঙ্গাসুতে কি কহিলে নৃপতিত ॥
ঋষি বোলে শুনা পৰীক্ষিত ৰাজসুত।
তব পিতামহে কথা পুছিলা বহুত ॥ ৩০৫৯৯
আৰো পুছিলেক কথা কৃতাঞ্জলি কৰি।
ইতিহাস দেখাই ভীষ্মে কহিলা সংহৰি ॥
ভীষ্ম নিগদতি কথা যুধিষ্ঠিৰ ৰায়।
কহো ইতিহাস এক তোমাত বুজায় ॥ ৩০৬০০
অঙ্গবসুহোম নামে আছিল নৃপতি।
আতি কান্তিমন্ত ধৰ্ম্মবন্ত নৰপতি ॥
আত্মপুত্ৰ সম কৰি পালিলেক প্ৰজা।
দান যজ্ঞে দেৱ ঋষি তুষিলেক ৰাজা ॥ ৩০৬০১
এহিমতে স্বধৰ্ম্মত কতোদিন আছে।
আত অনন্তৰে কথা যেন ভৈল পাচে ॥
পুত্ৰেত সমৰ্পি ৰাজ্য পত্নীয়ে সহিতে।
মুঞ্জপৃষ্ঠ বনক চলিলা অব্যাহতে ॥ ৩০৬০২
সেহি দেশে মেৰু হিমালয় সমীপত।
তাহাতে আছয় এক কনক পৰ্ব্বত ॥
তাতে এক বটবৃক্ষ আছে বিতোপন।
শুনা সেহি বটৰ যে কহিবো কাৰণ ॥ ৩০৬০৩
পিতৃআজ্ঞা ধৰি ৰাম ব্ৰহ্ম সনাতন।
যৈসানি অৰণ্যে লাগি কৰিলা গমন ॥
সঙ্গে সীতাদেবী গৈলা অনুজ লক্ষ্মণ।
সেহি বটমূলে ৰহিলেক তিনি জন ॥ ৩০৬০৪
সেহি থানে শঙ্কৰক আৰাধি পূজিলা।
ব্ৰহ্মচৰ্য্য ধৰি শিৰে জটাক বান্ধিলা ॥
দেৱঋষিগণে পাচে আনন্দ লভিলা।
সেহিসে দেশৰ নাম মুঞ্জপৃষ্ঠ দিলা ॥ ৩০৬০৫
যিটো শিৱ প্ৰভু ৰামে গৈলেক থাপিয়া।
ঋষিগণে তৈতে থাকে পূজা আৰম্ভিয়া ॥
পাচে বসুহোম সেহি আশ্ৰমে পশিলা।
ভাৰ্য্যা সমে ৰাজা তাত আনন্দে বঞ্চিলা ॥ ৩০৬০৬
যত বিপ্ৰ আছে মানে ৰাজাক আবৰি।
বসিয়া থাকয় সবে হুয়া শাৰী শাৰী ॥
বিপ্ৰগণ সমে ৰাজা আলাপ কৰন্ত।
ভক্তিভাবে ব্ৰাহ্মণৰ চৰণ সেৱন্ত ॥ ৩০৬০৭
দেৱঋষি সম সিটো ভৈলেক নৃপতি।
একদিনা সেহিস্থানে কৰিলেক গতি ॥
বসুহোম নৃপতিৰ তপস্যাক দেখি।
পৰম আনন্দ ভৈলা পুৰন্দৰ সখি ॥ ৩০৬০৮
তাহান সমীপে ৰাজা উপস্থিত ভৈলা।
দেখি বসুহোমে পাদ্য অৰ্ঘেৰে পূজিলা ॥
বসুহোমে বোলে শুনিয়োক নৰপতি।
কি কাৰ্য্যে আসিলা তব কুশল সম্প্ৰতি ॥ ৩০৬০৯
তোমাৰ দেশত যত প্ৰাণী সমস্তয়।
তুমি বিদ্যমানে কিবা কুশলে আছয় ॥
কি কাৰণে মোৰ পাশে আসিলা সম্প্ৰতি।
হেন শুনি মান্ধাতা নৃপতি নিগদতি ॥ ৩০৬১০
শুনা বসুহোম তুমি নৃপতি বিশেষ।
বৃহস্পতি মত তুমি জানা সাৰশেষ ॥
ভগৱত নীতিশাস্ত্ৰ কৰা অধ্যয়ন।
কিবাৰূপে দণ্ডজানা ভৈল উতপন্ন ॥ ৩০৬১১
কেনৰূপে দণ্ড জানি থাকয় প্ৰজাত।
পৰম প্ৰধান দণ্ড ভৈলেক কিমত ॥

ক্ষত্ৰিয়ক পূৰ্ব্বে কেনে কৰিলা গমন।
সম্প্ৰতি কিৰূপে দণ্ড কৰে প্ৰৱৰ্ত্তন ॥ ৩০৬১২
ইহাকে পুছিবে লাগি আইলো তযু থান।
কহিয়োক আৰো তুমি ৰাজা সৰ্ব্বজান ॥
বসুহোম বোলে শুনা মান্ধাতা নৃপতি।
কহিবোহো ইটো কথা তোমাত সম্প্ৰতি ॥ ৩০৬১৩
প্ৰজাৰ নীতিৰ ৰাখিবাৰ কৰি মন।
ব্ৰহ্মৰূপে দণ্ড পূৰ্ব্বে ভৈল উতপন্ন ॥
পূৰ্ব্বে বিধি যজ্ঞ যজিবাক মন কৈলা।
আত্মসম ঋত্বিজ কাহাকো নেদেখিলা ॥ ৩০৬১৪
মনত ভাবিয়া শিৰে গৰ্ভ ধৰিলেক।
বহুত বৎসৰ শিৰে গৰ্ভ আছিলেক ॥
সম্পূৰ্ণ সহস্ৰ বৰ্ষ যেবে বহি গৈল।
হাচিৰ বেগত সিটো গৰ্ভ নিকলিল ॥ ৩০৬১৫
অপূৰ্ব্ব সুন্দৰ পাচে পুত্ৰ এক ভৈল।
দেখি ব্ৰহ্মাদেৱে তাৰ যুপ নাম থৈল ॥
যজ্ঞৰ ঋত্বিজ নাম ভৈল প্ৰজাপতি।
তেহে সমে যজ্ঞ কৰি কৈলা সমাপতি ॥ ৩০৬১৬
যজ্ঞ অৱসানে বিধি মনে জিজ্ঞাসিল।
দেখন্তে অকাৰ্য্য মানে প্ৰাণীত মিলিল ॥
পৰদাৰা হৰে কতো হৰে পৰ ধন।
জাতি অজাতিকো নজানয় সৰ্ব্বজন ॥ ৩০৬১৭
কাৰ্য্যাকাৰ্য্য দোষগুণ নকৰে বিচাৰ।
স্বধৰ্ম্ম এৰিয়া সবে ভৈল একাকাৰ ॥
হেন দেখি বিধি বোলে কৰো কোন কৰ্ম্ম।
দণ্ড বিনে প্ৰৱৰ্ত্তাবে নপাৰোহো ধৰ্ম্ম ॥ ৩০৬১৮
এহি বুলি শিৱৰ পাশক চলি গৈল।
পাৰ্ব্বতী সহিতে মহেশক দেখা পাইল ॥
কৃতাঞ্জলি কৰি পাচে কৰিলেক স্তুতি।
নমো শূলপাণি নমো নমো পশুপতি ॥ ৩০৬১৯

নমো ত্ৰিনয়ন নমো বৃষভবাহন।
ডম্বৰু বায়ক নমো নমো পঞ্চানন ॥
এহিমতে বিধি কৰিলেক নানা স্তুতি।
তাহান স্তুতিত তুষ্ট ভৈলা পশুপতি ॥ ৩০৬২০
ব্ৰহ্মাক সম্বোধি শিৱে বুলিলা বচন।
মোহোৰ থানক আসিলাহা কি কাৰণ ॥
হেন শুনি হাসি নিগদতি সৃষ্টিকৰ।
স্ৰজিলোহো ইটো মই দেখা চৰাচৰ ॥ ৩০৬২১
ব্ৰাহ্মণক আদি স্ৰজিলোহো প্ৰজাগণ।
কদাচিতো এসম্বাৰ ধৰ্ম্মে নোহে মন ॥
ইহাৰ উপায় তুমি কৰা মহেশ্বৰ।
যেন ধৰ্ম্মে প্ৰৱৰ্ত্তয় লোক নিৰন্তৰ ॥ ৩০৬২২
ব্ৰহ্মাৰ প্ৰাৰ্থনা শুনি দেৱ দিগম্বৰ।
মৌন হুয়া তেতিক্ষণে ভৈল ধ্যানপৰ ॥
ধ্যান ধৰি কতো ক্ষণ মৌন হুয়া ৰৈল।
আপুনাৰ তেজ বলে দণ্ডক স্ৰজিল ॥ ৩০৬২৩
যিটো দেবী ভগৱতী জগত জননী।
দণ্ডনীতি কৰি তাঙ্ক থাপিলা আপুনি ॥
মনুষ্যৰ মধ্যে মধ্যে ৰাজাক স্ৰজিলা।
দেৱতাৰ ৰাজা পাতি ইন্দ্ৰক থাপিলা ॥ ৩০৬২৪
পিতৃগণ মধ্যে ৰাজা পাতিলা যমক।
পৰ্ব্বতৰ মধ্যে ৰাজা পাতিলা মেৰুক ॥
যক্ষ যে ৰাক্ষস ধন আছে যত যত।
কুবেৰ ভৈলেক ৰাজা তাহাৰ মধ্যত ॥ ৩০৬২৫
নদীসকলৰ ৰাজা পাতিলা সিন্ধুক।
জল অধিকাৰী কৰি থৈলা বৰুণক ॥
মৃত্যুক পাতিলা ৰাজা যত আছে প্ৰাণ।
তেজস্বী সবৰ মধ্যে ৰাজা হুতাশন ॥ ৩০৬২৬
ঈশান ভৈলেক ৰাজা ৰুদ্ৰৰ মধ্যত।
সবাৰো ঈশ্বৰ দেৱ ভৈল ভগৱন্ত ॥

যূপ নামে ব্ৰহ্মপুত্ৰ আতি ধৰ্ম্মৱন্ত।
যজ্ঞসকলৰ ৰাজা তাঙ্ক পাতিলন্ত ॥ ৩০৬২৭
যজ্ঞ সমাপতি হেন মনে মানিলেক।
ধৰ্ম্মৰ বিহিত দণ্ড বিষ্ণুক দিলেক ॥
বিষ্ণুৱে দিলন্ত দণ্ড ঋষি অঙ্গিৰাক।
অঙ্গিৰায়ে দিলা পাচে ইন্দ্ৰ মৰীচিক ॥ ৩০৬২৮
মৰীচিয়ো সেহি দণ্ড ভৃগুক দিলন্ত।
পাচে ভৃগু ঋষি দণ্ড অপিলা ঋষিত ॥
ঋষিগণে দিলা দিগপাল সমস্তক।
দিগপালে দিলা ব্ৰহ্মপুত্ৰ অযূপক ॥ ৩০৬২৯
শ্ৰাদ্ধদেৱ মনুক দিলেক প্ৰজাপতি।
আপুন পুত্ৰক শ্ৰাদ্ধ দেৱেয়ো দিলন্তি ॥
কহিলো মান্ধাতা ইটো স্বৰূপ বচন।
যেনমতে দণ্ড ইটো ভৈল উতপন্ন ॥ ৩০৬৩০
যথাযোগ্য অনুসাৰে দণ্ড নিয়োজিবা।
মনৰ ইচ্ছায়ে দণ্ড কাকো নকৰিবা ॥
দুষ্টক নিগ্ৰহ কৰি পালিবা সন্তক।
তেৱে সিটো নৃপে ধৰ্ম্ম যশ লভিবেক ॥ ৩০৬৩১
অল্পদোষে বধ দণ্ড নহয় উচিত।
অঙ্গবাহু হানি নকৰিবা কদাচিত ॥
ৰুদ্ৰ ৰূপ দণ্ড ইটো নৃপতি জানিব।
ধৰ্ম্মৱন্ত ৰাজাগণে ন্যায়ে প্ৰৱৰ্ত্তিব ॥ ৩০৬৩২
ভীষ্ম নিগদতি শুনা বাপু নৃপবৰ।
কহিলো আখ্যান বসুহোম নৃপতিৰ ॥
ইহাক শুনয় যিটো ৰাজা প্ৰজাগণ।
মনত কামনা সব হোৱয় পূৰণ ॥ ৩০৬৩৩
যুধিষ্ঠিৰ নিগদতি শান্তনুতনয়।
কহিলা বুজিলো মই দণ্ডৰ সংশয় ॥
ধৰ্ম্ম অৰ্থ কাম তিনিবৰ্গ কেন থান।
কোন বা ইহাৰ মূল কৈত হোৱে স্থান ॥ ৩০৬৩৪
এক স্থানে কিবা তিনিবৰ্গ প্ৰৱৰ্ত্তয়।
কিবা ভিন্নে ভিন্নে তুমি কহিয়ো নিশ্চয় ॥

কামান্দক ঋষি অঙ্গবিষ্ট ৰাজা সংবাদ কথন

ভীষ্ম নিগদতি ৰাজা শুনা বিদ্যমান।
কহিবোহো ইটো তিনিবৰ্গৰ আখ্যান ॥ ৩০৬৩৫
শৰীৰত হন্তে ধৰ্ম্ম হোৱে উতপন্ন।
কৰ্ম্মহন্তে উতপত্তি হোৱে কামগণ ॥
সংকল্পৰ পৰা অৰ্থসবৰ নিবাস।
আত হন্তে জানা তিনিবৰ্গৰ প্ৰকাশ ॥ ৩০৬৩৬
কহো ইতিহাস এক তোমাৰ আগত।
কামান্দক নামে ঋষি আছিল পূৰ্ব্বত ॥
অঙ্গবিষ্ট ৰাজা গৈল তাহান আশ্ৰম।
অৱনত হুয়া ৰাজা কৰিলা প্ৰণাম ॥ ৩০৬৩৭
লোভে মোহে বশ হোৱে যিটো ৰাজাচয়।
পৰম অজ্ঞানী হুয়া পাপ আচৰয় ॥
কেনমতে তাহাৰ হুইবেক পাপক্ষয়।
ইহাৰ কাৰণ তুমি কহা মহাশয় ॥ ৩০৬৩৮
অধৰ্ম্মক যিটো ৰাজা মানে ধৰ্ম্ম কৰি।
কেনে ৰাজা বোলাইবেক কহিয়ো সংহৰি ॥
হেন শুনি ঋষি পাচে সম্বোধি ৰাজাক।
যি পুছিলা ৰাজা শুনিয়োক সিটো বাক ॥ ৩০৬৩৯
ধৰ্ম্ম কৰ্ম্ম এৰি যিটো ৰাজা দুৰাশয়।
সদায়ে কামত মাত্ৰ আশ্ৰয় কৰয় ॥
কাম বাঢ়িলাত সবে ধৰ্ম্ম হোৱে নষ্ট।
ইহ পৰলোকে সিটো ৰাজা পাৱে কষ্ট ॥ ৩০৬৪০
কামত থাকিয়া সবে বুদ্ধি লোপ হয়।
বুদ্ধি ভ্ৰংশ হৈলে পাচে মোহ প্ৰৱৰ্ত্তয় ॥
মোহাবিষ্ট ভৈলে আত্মা শুচয় সবাত।
তাত পাচে দুৰাচাৰ হোৱে দুষ্টচিত্ত ॥ ৩০৬৪১

ৰাজা যদি দুৰাচাৰ হোৱয় সম্প্ৰতি।
দুষ্ট প্ৰজাগণেও ধৰয় সেহি নীতি ॥
সন্ত শিষ্ট লোকক কৰয় সৰ্বনাশ।
গৃহৰ ভিতৰে যেন সৰ্পে লৈল বাস ॥ ৩০৬৪২
সিটো নৃপতিক জানা কেহো নমানয়।
সন্ত শিষ্ট ব্ৰাহ্মণেয়ো অৱজ্ঞা কৰয় ॥
ক্ষীণঋতু হুয়া সিটো ৰাজা নষ্ট যায়।
যদ্যপি জীৱয় সিটো কষ্টমাত্ৰ পায় ॥ ৩০৬৪৩
কহিলো তোমাতে ইটো নৃপতি ইঙ্গিত।
এতেকে নৃপতি হুইবে শাস্ত্ৰত পণ্ডিত ॥
সদা আচৰিবে ৰাজা বেদৰ আচাৰ।
বিপ্ৰসকলক কৰিবেক সতকাৰ ॥ ৩০৬৪৪
বিপ্ৰ চৰণত নিতে কৰিবেক নতি।
সেহিটো ৰাজাৰ ধৰ্ম্ম সিজে প্ৰতিনিতি ॥
দুৰ্নীতি গুচাই সদনীতি প্ৰবৰ্ত্তাইব।
সেহি নৃপতিৰ সদা সুখে কাল যাইব ॥ ৩০৬৪৫
যুধিষ্ঠিৰ বোলে শুনা গঙ্গাৰ তনয়।
কেনে নৃপতিক প্ৰজাগণে প্ৰশংসয় ॥
কেনে শীল স্বভাৱ কি মতে উতপত্তি।
ইহাক শুনিবে মোৰ উত্ৰাৱল মতি ॥ ৩০৬৪৬

সংশীল ধৰ্ম্ম কথন ; প্ৰহ্লাদৰ ওচৰত ইন্দ্ৰৰ
ছদ্মবেশে শীল ধৰ্ম্ম গ্ৰহণ

ভীষ্মে বোলে শুনা কহো ইহাৰ কাৰণ।
তব সম্পত্তিক যি কৰিলা দুৰ্য্যোধন ॥
ইন্দ্ৰপ্ৰস্থে যৈসানি আছিলা পাণ্ডু ভাই।
নিমন্ত্ৰণ কৰিয়া আনিলে যত্নুৰায় ॥ ৩০৬৪৭
পাতিলন্ত যজ্ঞ সভা দেখি লাগে ভয়।
তাত যি কৰিলা দুৰ্য্যোধন দুৰাশয় ॥
সিসব বৃত্তান্ত কহো শুনা মন দিয়া।
দুৰ্য্যোধনে মোহ পাইল সভাক দেখিয়া ॥ ৩০৬৪৮
ঈশ্বৰ নিৰ্ম্মিত ভৈল তব সভাখান।
জল স্থল নিচিনিল অন্ধকৰ ঠান ॥
স্থল বুজি জলত পৰিল গৈয়া ৰাজা।
বিপত্তি দেখিয়া তাৰ হাসিলেক প্ৰজা ॥ ৩০৬৪৯
দ্ৰৌপদী প্ৰমুখ্যে হাসিলেক নাৰীগণে।
মৰণ সমান পীড়া পাইল দুৰ্য্যোধনে ॥
লজ্জা পাই চলি গৈলা আপুন নগৰে।
সিসব দুখক ৰাজা নসহে শৰীৰে ॥ ৩০৬৫০
নাহি ৰঙ্গ চঙ্গ নুৰুচয় অন্ন পানী।
সদা মনে তাপ কৰে ৰাজা মহামানী ॥
কৰ্ণ শকুনিক মাতি কৰি আলোচন।
কৰ্ণক সম্বোধি হেন বুলিলা বচন ॥ ৩০৬৫১
দেখা দেখা দুখ আৰে মোৰ ৰাধাসুত।
তুমি সম বন্ধু মোৰ নাই সংসাৰত ॥
পাণ্ডৱত হন্তে দুখ লভিলো অপাৰ।
কেনমতে তাহান গুজিবো মই ধাৰ ॥ ৩০৬৫২
ইহাৰ উপায় তুমি কহিয়ো সংহৰি।
পাণ্ডৱৰ ইটো শ্ৰীক পাইবো কেন কৰি ॥
হেন শুনি ৰাধাসুতে বুলিলন্ত বাণী।
শুনিয়ো উপায় দুৰ্য্যোধন মহামানী ॥ ৩০৬৫৩
সাক্ষাতে আছয় তব পিতৃ মহাৰাজ।
চলা তুমি আমি গৈয়া কহো ইটো কাজ ॥
এহি বুলি তিনিজন কৰিলা গমন।
কৰ্ণ যে শকুনি আৰো ৰাজা দুৰ্য্যোধন ॥ ৩০৬৫৪
নৃপতিক গৈয়া জানুশিৰে প্ৰণামিলা।
ৰাজাক সম্বোধি পাচে বচন বুলিলা ॥
শুনা মহাবাহু তুমি কুৰু বংশধৰ।
তব জ্যেষ্ঠ পুত্ৰ দুৰ্য্যোধন নৃপবৰ ॥ ৩০৬৫৫
অন্ন পানী এৰি সদা মনে কৰে তাপ।
নুপুছাহা কেনে তুমি আৰ হুয়া বাপ ॥

কৰ্ণমুখে ধৃতৰাষ্ট্রে শুনি এহি বাণী।
দুৰ্য্যোধন নৃপতিক বুলিলা আপুনি ॥ ৩০৬৫৬
কি কাৰণে মনে তাপ কৰা বাপ তই।
কহা শীঘ্ৰ কৰি খেদ দূৰ কৰো মই ॥
নেদেখো কাৰণ কিছো তোমাৰ শোকৰ।
হস্তিনাপুৰত যেন দুটি পুৰন্দৰ ॥ ৩০৬৫৭
তোমাৰ আছয় দেখো ঊনশত ভাই।
ৰাত্রি দিনে সেৱা কৰে কিঙ্কৰ পৰায় ॥
যতেক আছয় মিত্ৰ সকলে মনস্থ।
কি কাৰণে বাপু তোৰ মনত অসুস্থ ॥ ৩০৬৫৮
দুৰ্য্যোধন বদতি শুনিয়ো নৃপবৰ।
কহো শুনা কি কাৰণে শোক ভৈল মোৰ ॥
পাণ্ডৱৰ গৃহত দেখিলো আচৰিত।
নিতে অসংখ্যাত লোকে ভুঞ্জে অন্ন যত ॥ ৩০৬৫৯
সবাৰে সুৱৰ্ণপাত্ৰ আতি মনোনীত।
ৰত্ন-অলঙ্কাৰ শোভে সবাৰে গাৱত ॥
দেখিলোহো সভা উপমাৰ নাই ঠাই।
অমৰাৱতী পুৰ যেন দেৱসভা প্ৰায় ॥ ৩০৬৬০
সুৱৰ্ণ ৰতন আছে ভাণ্ডাৰে ভাণ্ডাৰ।
তাহাক গণিবে প্ৰতি শক্তি আছে কাৰ ॥
সমুদায় লক্ষ্মীদেৱী কৰিলা নিবাস।
যেন লক্ষ্মী লক্ষ্মীপতি ভৈল দাসী দাস ॥ ৩০৬৬১
পাণ্ডৱৰ সম্পত্তি কহিবে নাহি ঠাই।
স্বৰ্গে পুৰন্দৰ তুইবে কিছো কাৰ্য্য নাই ॥
দহে প্ৰাণ পাণ্ডৱৰ দেখিয়া সমৃদ্ধি।
কি কাৰণে নিগ্ৰহ কৰিলা মোক বিধি ॥ ৩০৬৬২
আতি শোকাকুল বাণী শুনিলা পুত্ৰৰ।
কহিবে লাগিলা ধৃতৰাষ্ট্ৰ নৰেশ্বৰ ॥
যুধিষ্ঠিৰ শ্ৰীক যদি বাঞ্ছা কৰা মনে।
নতু ততোধিক শ্ৰীক বাঞ্ছস এখনে ॥ ৩০৬৬৩

এতেকে তনয় সন্ত স্বভাৱক ধৰ।
সবাতো অধিক শ্ৰীক ৰঙ্গে ভোগ কৰ ॥
যেহিটো পুৰুষে সন্ত স্বভাৱ ধৰয়।
ইটো কোন চিত্ৰ তিনি লোকক জিনয় ॥ ৩০৬৬৪
একহি ৰাত্ৰিয়ে জানা মান্ধাতা নৃপতি।
তিনিয়ো লোকৰ সিটো ভৈল অধিপতি ॥
ত্ৰিতয় ৰাত্ৰিয়ে জন্মেজয় ৰাজঋষি।
সপ্তদ্বীপা বসুমতী লভিল হৰিষি ॥ ৩০৬৬৫
নাভাগে পাইলন্ত ৰাজ্য সপ্তম দিবসে।
সদভাৱে পৃথিৱীক পাৱে অপ্ৰয়াসে ॥
যেহিটো পুৰুষ হোৱে ভাণ্ডাৰ গুণৰ।
তাকে বসুমতী জানা বাচি লোৱে বৰ ॥ ৩০৬৬৬
দুৰ্য্যোধন নৃপতি পিতৃত নিগদতি।
সুশীল স্বভাৱ কেনে কহিয়ো সম্প্ৰতি ॥
যেনে শীল স্বভাৱে লভিল বসুমতী।
তাক কৈত পাইল পিতা সিসব নৃপতি ॥ ৩০৬৬৭
ধৃতৰাষ্ট্ৰ নিগদতি শুনা দুৰ্য্যোধন।
ইতিহাস কহো এক কথা পুৰাতন ॥
নাৰদৰ মুখে পূৰ্ব্বে প্ৰহ্লাদ কুমাৰ।
জ্ঞান ধৰ্ম্ম নীতিক শিখিল নিৰন্তৰ ॥ ৩০৬৬৮
সেহি নীতি ধৰি দৈত্য তনয় প্ৰহ্লাদ।
তিনি লোক জিনি কাঢ়ি লৈলা ইন্দ্ৰপদ ॥
গুচিল সম্প্ৰতি দুখ মিলিল শুক্ৰৰ।
আথে বেথে গুৰুপাশে গৈল পুৰন্দৰ ॥ ৩০৬৬৯
কৃতাঞ্জলি কৰি পাচে বুলিলা বিনয়।
শুনা নিবেদন মোৰ গুৰু মহাশয় ॥
কেনে শীলভাৱে দৈত্য লৈলা অমৰাৱতী।
সেহি শীল স্বভাৱ কহিয়ো বৃহস্পতি ॥ ৩০৬৭০
বৃহস্পতি বোলে শুনা সহস্ৰলোচন।
শুক্ৰৰ সমীপ লাগি কৰিয়ো গমন ॥

এহি নীতি কহিবাৰ তান আছে শক্তি।
সত্বৰে কৰিয়ো তান চৰণত ভক্তি ॥ ৩০৬৭১
হেন শুনি শুক্ৰৰ নিকটে চলি গৈলা।
মিনতি কৰিয়া কথা কহিবাক লৈলা ॥
শীল সৎস্বভাৱ শিখিবে আইলো মই।
অনুগ্ৰহ কৰি কহিয়োক মহাশয় ॥ ৩০৬৭২
শুক্ৰে বোলে শুনা কহো দেৱ শচীপতি।
অধিক পুছিলা যাতো শ্ৰেয়স যুগুতি ॥
ইটো নীতি প্ৰহ্লাদত আছে ভাল কৰি।
কহিবাক পাৰে তেহে সকল সংহৰি ॥ ৩০৬৭৩
হেন শুনি ইন্দ্ৰে পাচে আনন্দ লভিলা।
তেতিক্ষণে বৃদ্ধ ব্ৰাহ্মণৰ ৰূপ ভৈলা ॥
পৃথিৱীক লাগি সিটো কৰিলা গমন।
প্ৰহ্লাদৰ ভৱনত ভৈলা উপসন্ন ॥ ৩০৬৭৪
দেখিয়া আনন্দে পুছিলন্ত দৈত্যেশ্বৰ।
কিবা কাৰ্য্যে আসি আছা তুমি দ্বিজবৰ ॥
ব্ৰাহ্মণে বোলয় শুনা আহিলো কি কাৰণে।
শীল সৎস্বভাৱক জানিবে কৰি মনে ॥ ৩০৬৭৫
নীতি কহিবাক প্ৰতি নতু হোৱে ক্ষণ।
হেন শুনি প্ৰহ্লাদেয়ো বুলিলা বচন ॥
ব্ৰাহ্মণে বোলয় আৰে শুনা দৈত্যেশ্বৰ।
কহিবাহা জ্ঞান যদি পাৱা অৱসৰ ॥ ৩০৬৭৬
হেন শুনি প্ৰহ্লাদৰ দায়া সম্পজিল।
ক্ষণ লভি পাচে জ্ঞান ব্ৰাহ্মণত কৈল ॥
ব্ৰাহ্মণে বোলয় কৈলা আত্মতত্ব জ্ঞান।
তোমাৰ প্ৰসাদে পাইলো আৰ সমিধান ॥ ৩০৬৭৭
ইতিনি লোকৰ সম্পত্তিক যেনে পায়।
সত্বৰ কৰিয়া কহা তাহাৰ উপায় ॥
প্ৰহ্লাদ বদতি কথা শুনা দ্বিজবৰ।
মই ৰাজা বুলি হিংসা নকৰো বিপ্ৰৰ ॥ ৩০৬৭৮
বিপ্ৰগণে যিসব বচন কহে মোত।
তাহাক কৰোহো মই জানাহা সতত ॥
ইন্দ্ৰিয়ক দমি ধৰ্ম্ম কৰোহো চিন্তন।
হিংসা অপ্ৰিয়ক এৰিলোহো সৰ্ব্বক্ষণ ॥ ৩০৬৭৯
এতেকে ব্ৰাহ্মণ সবে অভিষেক কৰি।
তিনিয়ো লোকৰ পাতিলেক অধিকাৰী ॥
যেন মধুমক্ষিকায়ে বঢ়াৱে মধুক।
সেহিমতে বিপ্ৰসবে বঢ়াইলেক মোক ॥ ৩০৬৮০
স্বকীয় ধৰ্ম্মক মই আচৰো সদায়।
নক্ষত্ৰে সহিতে যেন চন্দ্ৰমা শুৱায় ॥
মই সেহিমতে কৰো বিপ্ৰসম প্ৰীতি।
সিকাৰণে থাকে মোত ত্ৰৈলোক্য সম্পত্তি ॥৩০৬৮১
বিপ্ৰগণে যিটো জ্ঞান দেয় উপদেশ।
পৃথিৱীত জানা ইটো অমৃত বিশেষ ॥
এহিসে জানিবা তুমি মোক্ষৰ সাধন।
ইহাক বোলয় জানা চক্ষু বিতোপন ॥ ৩০৬৮২
ব্ৰাহ্মণৰ মুখে যিটো প্ৰৱৰ্ত্তে নৃপতি।
ইহাকে শ্ৰেয়স বুলি জানা মহামতি ॥
এহি নীতিধৰ্ম্মক প্ৰহ্লাদে যেবে কৈলা।
শুনা সাৱধানে পাচে যেন কথা ভৈলা ॥ ৩০৬৮৩
জ্ঞান লভি ছদ্ম বিপ্ৰ তুষ্ট ভৈলা আতি।
গুৰুভাৱে স্তুতিনতি কৰিলা ভকতি ॥
তুষ্ট ভৈলা দৈত্যনাথ বিপ্ৰৰ ভক্তিত।
বোলে বৰ লৈয়ো বিপ্ৰ তোৰ অভিমত ॥ ৩০৬৮৪
ব্ৰাহ্মণ বদতি কথা শুনা দৈত্যপতি।
মোক বৰ দিবে প্ৰতি তব ভৈলা মতি ॥
তোমাৰ গাৱৰ শীল স্বভাৱ সুন্দৰ।
তাহাকে বাঞ্ছোহো মোৰ মনে কচিকৰ ॥ ৩০৬৮৫
হেনয় বৰক যদি ব্ৰাহ্মণে বৰিলা।
এহি হোক বুলি পাচে প্ৰহ্লাদে বুলিলা ॥

বৰ লভি বিপ্ৰে নিজ আশ্ৰমক গৈলা ।
পাচে প্ৰহ্লাদৰ ঘোৰ চিন্তা উপজিলা ॥ ৩০৬৮৬
শুনিয়োক সৰ্বজন কথা কচিকৰ ।
শ্ৰৱণে মুকুতি সাধে অমৃত কৰ্ণৰ ॥
ইহাৰ শ্ৰৱণে মিলে কৃষ্ণত ভকতি ।
হৰি তুষ্ট ভৈলে অপ্ৰয়াসে সাধে গতি ॥ ৩০৬৮৭
দেখাহা সংসাৰচক্ৰ অতি গুৰুতৰ ।
দিবা ৰাত্ৰি কৰি কৰে গতি খৰতৰ ॥
সৰ্ব্বক্ষণে আয়ু যায় ইহাৰ লগত ।
নিচিন্তি আছাহা চেষ্টা নাহিকে গাৰত ॥ ৩০৬৮৮
নকৰা ভকতি ইটো নৰতনু পাই ।
কৃষ্ণ নাম বিনে জানা আন গতি নাই ॥
যত তপ ধৰ্ম্ম যজ্ঞ দান তীৰ্থ স্নান ।
নাহি নাহি নাহি হৰি নামৰ সমান ॥ ৩০৬৮৯

ধৰ্ম্ম শাস্ত্ৰ দেখাহা প্ৰলোভ বাক্য যত ।
তাক আচৰিয়া ভ্ৰমিবাহা সংসাৰত ॥
কৃষ্ণৰ ভকতি জন্ম কৰ্ম্ম নিবাৰণ ।
হৰি সমে ৰঙ্গে ৰঙ্গে বৈকুণ্ঠ ভুবন ॥ ৩০৬৯০
পৰম আনন্দে মজি থাকে সৰ্বদায় ।
জৰা মৃত্যু লোভ মোহ তাত কিছো নাই ॥
হেনয় থানক যদি বাঞ্ছা কৰা মনে ।
আন কৰ্ম্ম এৰি ভজা কৃষ্ণৰ চৰণে ॥ ৩০৬৯১
গাৰত নলাগে দুখ নলাগয় ধন ।
কেৱলে নামত তুষ্ট হোন্ত নাৰায়ণ ॥
হেন জানি কৃষ্ণ পাৱে কৰিয়ো ভকতি ।
ৰাম হৰি বুলি তৰা শুদ্ধ হৌক মতি ॥ ৩০৬৯২

—

### লেছাৰী

বিধিয়ে বঞ্চিলে দৈত্যৰাজ পাচে যেন ভৈলা শুনা কাজ
বৰ দিয়া ৰাজা শোকতে বিহ্বল ভৈলা ।
মৌনে বসি আছে দৈত্যৰাজ চিন্তাযুক্ত হুয়া দমাই মাথ
শৰীৰত হন্তে কান্তি পাচে বাজ ভৈলা ॥
বাজ হৈয়া ভৈলা মূৰ্ত্তিমন্ত বিস্ময়ে প্ৰহ্লাদে পুছিলন্ত
তুমি কোন মোত কহিয়োক জাণ্ট কৰি ।
মোক কান্তি বোলে মহাভাগ কহিলোহো মই তযু আগ
তুমি দিলা বিপ্ৰ পাশক যাওঁ লৰৰি ॥ ৩০৬৯৩
এহি বুলি কান্তি চলি গৈলা তাত পাচে শীল বাজ ভৈলা
মূৰ্ত্তিমন্ত দেখি পুছিলন্ত দৈত্যনাথ ।
তুমি কোন মোত কহা আৰ হেন শুনি শীলে কহিলন্ত
মোক শীল বোলে চলি যাওঁ বিপ্ৰপথ ॥
যদি গৈলা শীল অনন্তৰে ধৰ্ম্ম বাজ ভৈলা শৰীৰে
মূৰ্ত্তিমন্ত দেখি পুছিলন্ত দৈত্যেশ্বৰ ।
সম্বোধিয়া ধৰ্ম্মে বোলে বাণী মই ধৰ্ম্ম জানা মহামানী
শীলৰ সঙ্গত থানে যাওঁ ব্ৰাহ্মণৰ ॥ ৩০৬৯৪

অন্তৰিয়া ধৰ্ম্ম গৈলা যেবে সত্য আবিৰ্ভাব ভৈলা তেবে
দেখিয়া প্ৰহ্লাদে পুছিলাহা কোন বুলি।
কহিলাহা সত্যে মুখ চাই মোক সত্য বোলে মহাৰায়
দিলাহা বিপ্ৰক তান পাশে যাওঁ চলি॥
আত পাচে ধৃতি ভৈলা বাজ দেখিয়া পুছিলা দৈত্যৰাজ
তুমি কোন জন কহিয়ো মোক সম্প্ৰতি।
শুনা মহাৰাজ মই ধৃতি আছিলোহো তব শৰীৰত
ধৰ্ম্ম যৈত থাকে তাহাকে কৰোহো গতি॥ ৩০৬৯৫
অনন্তৰে বল ভৈলা বাজ দেখি দৈত্যেশ্বৰে পুছিলন্ত
বলে বোলে যাওঁ যথাতে বিপ্ৰ থাকয়।
আত অনন্তৰে লক্ষ্মী আই বাজ হুয়া দেৱী আছে চাই
পুছিলা প্ৰহ্লাদে কৰিয়া আতি বিনয়॥
তুমি কোন মাতৃ কহা মোত দেখো ৰূপ আতি অদভুত
হেন শুনি দেৱী মাতিলা পাচে ৰাজাক।
আছিলোহো তযু শৰীৰত সুখভোগ কৈলো নানামত
তোমাক এৰিয়া চলোহো ধৃতি পাশক॥ ৩০৬৯৬
পাচত অভয়া দেবী সতী মূৰ্ত্তি ধৰি পাচে ওলাইলন্ত
দেখি পুছিলন্ত দৈত্যনাথে পায়া ভয়।
সদায়ে কমলে থাকা তুমি লোকৰ ঈশ্বৰী জানো আমি
বিপ্ৰ পাশে যোৱা বুজিলোহো অভিপ্ৰায়॥
শ্ৰী নিগদতি প্ৰহ্লাদত সুবুজিলা ৰাজা আৰ তত্ত্ব
বিপ্ৰৰূপে শক্ৰৰে শিখিলে নীতি তোমাত।
ত্ৰৈলোক্যৰ শ্ৰীক লৈলে ছলে সুবুজিলা তুমি মহাবলে
শীলধৰ্ম্মে বশ কৰিলে তিনি জগত॥ ৩০৬৯৭
হেন দেখি পাচে শচীপতি চলে তব শীল লভিলন্ত
আজি ধৰি তুমি জানোহো ভৈলা উদাস।
ধৰ্ম্ম সত্য ধৃতি বল আৰ জানা আমাসাক সাবে সাৰ
শীলৰ লগত কৰোহো সবে নিবাস॥
শুনিয়োক সভ্য সাধুজন কৃষ্ণৰ কথাত দিয়া মন
দ্বিজ লক্ষ্মীনাথে ভণিল ইটো পয়াৰ।
আক শুনা সবে যত্ন কৰি অল্পতে সন্তুষ্ট হৈব হৰি
হেন জানি হৰি ঘুষিয়োক বাৰম্বাৰ॥ ৩০৬৯৮

—*—

পদ

ভীষ্ম নিগদতি কথা শুনা নৃপবৰ।
কহিবো তোমাত কথা আত অনন্তৰ ॥
শ্ৰীসমে প্ৰহ্লাদৰ শীল যদি গৈল।
পাচে দুৰ্য্যোধন ৰাজা পিতৃক বুলিল ॥ ৩০৬৯৯
শুনিয়োক পিতৃ মোৰ মনৰ সংশয়।
কেনমতে শীল কিবা উপায়ে লভয় ॥
ধৃতৰাষ্ট্ৰে বোলে শুনা কুলৰ নন্দন।
যি পুছিলা কহো শুনা শীলৰ লক্ষণ ॥ ৩০৭০০
কৰ্ম্মেৰে মনেৰে বাক্যে প্ৰজ্ঞা সমস্তৰ।
হিংসা নকৰিবা আৰো সকলো প্ৰাণীৰ ॥
আৰ্ত্তজন ভৈলে তাক কৰিবা ৰক্ষণ।
ব্ৰাহ্মণক আনি দান দিয়ে সৰ্ব্বক্ষণ ॥ ৩০৭০১
আকেসে বিশিষ্ট শীল বুলিয়া কহয়।
কহিলো তোমাত মোৰ দায়াৰ তনয় ॥
যাৰ দায়া নভৈলেক প্ৰাণী সমস্তত।
নপাৰে পৌৰুষ সিটো নৃপতি কুৎচিত ॥ ৩০৭০২
যি কৰ্ম্ম কৰিলে জানা হৈবেক লজ্জিত।
সিটো কৰ্ম্ম কৰিবাক নহয় উচিত ॥
যি কৰ্ম্ম কৰিলে সভাসদে প্ৰশংসয়।
সি কৰ্ম্ম কৰিবে নৃপতিৰ যোগ্য হয় ॥ ৩০৭০৩
সংক্ষেপে কহিলো মই শীলৰ লক্ষণ।
আৰো কিছো কহো পুত্ৰ শুনা এক মন ॥
শু মৃত স্বভাৱ যাৰ ভৈলেক সম্প্ৰতি।
অকস্মাতে সিটো যদি লভয় সম্পত্তি ॥ ৩০৭০৪
অল্পকালে জানা তাৰ ভোগ নষ্ট হয়।
পাচে সমূলধ্বে সিটো নষ্টক লভয় ॥
ধৃতৰাষ্ট্ৰ বোলে শুনা গান্ধাৰী নন্দন।
যুধিষ্ঠিৰ সম শ্ৰীক বাঞ্ছস আপুন ॥ ৩০৭০৫
এতেকে ধৰিয়ো শীল স্বভাৱ সম্প্ৰতি।
তিনিয়ো লোকৰ তেবে পাইবাহা সম্পত্তি ॥
ভীষ্ম নিগদতি যুধিষ্ঠিৰ মহাশয়।
পুত্ৰত কহিলা ইটো অম্বিকা তনয় ॥ ৩০৭০৬
এহিসে স্বভাৱ তুমি ধৰা যুধিষ্ঠিৰ।
তবে ৰাজ্যভোগ তুমি কৰিবাহা চিৰ ॥
পুনু যুধিষ্ঠিৰে বোলে শুনা গঙ্গাসুত।
শীলক প্ৰধান কৰি কৈলা পুৰুষত ॥ ৩০৭০৭
যিটো কৈলা পুৰুষত শীলৰ লক্ষণ।
তাত আশা কেনমতে হোৱে উতপন্ন ॥
সবাকে জিনিবে প্ৰতি মোৰ ইচ্ছা গৈল।
কিবা হেতু ইটো আশা উতপন্ন ভৈল ॥ ৩০৭০৮
ইহাক শুনিবে প্ৰতি মোৰ ইচ্ছা যায়।
পিতামহ ইটো মোৰ গুচায়ো সংশয় ॥
যিটো যিটো আশা মোৰ আছিল মনত।
পাপী দুৰ্য্যোধনে সবাহাঙ্কে কৈলা হত ॥ ৩০৭০৯
আশা হত ভৈলা চাৰ মৰণত কৰি।
আশা সমুদ্ৰত ইটো তৰিতে নপাৰি ॥
ভীষ্মে বোলে শুনা মোৰ নাতি বংশধৰ।
কহো ইতিহাস মই তোমাত পূৰ্ব্বৰ ॥ ৩০৭১০

ঋষি-সুমিত্ৰ সংবাদ কথন

নামত সুমিত্ৰ ৰাজা হৈহয় বংশৰ।
পাচে মৃগয়াক চলি গৈলেক সত্তৰ ॥
অৰণ্যত পশি মৃগ মাৰিলা বহুত।
পাচে যেন ভৈল আত শুনা অদ্ভুত ॥ ৩০৭১১
শৰ লাগি এক মৃগ গৈলেক অন্তৰি।
ৰাজায়ো গৈলেক খেদি তাক লক্ষ্য কৰি ॥
মৃগক বিচাৰি পশিলেক বনমাজ।
মৃগক নপাই শ্ৰান্ত ভৈল মহাৰাজ ॥ ৩০৭১২

সঙ্গত নাহিকে সৈন্য ৰাজা একেশ্বৰ।
ক্ষুধায়ে তৃষায়ে তান কাম্পে কলেবৰ ॥
নাহিকয় পথ তাত গহীন কানন।
দিশ ধৰি বন ভাঙ্গি কৰিলা গমন ॥ ৩০৭১৩
এহিমতে স্থমিত্রে পাইলেক বৰ শ্রম।
অনন্তৰে পাইলা যাই ঋষিৰ আশ্রম ॥
তাহাত দেখিলা পাচে অসংখ্যাত ঋষি।
প্রণাম কৰিলা ৰাজা পৰম হৰিষি ॥ ৩০৭১৪
পূজিলা ৰাজাক দিয়া বহুত সম্ভাৰ।
নানা দ্রব্য দিয়া কৰিলেক সতকাৰ ॥
ঋষি নিগদতি শুনিয়োক নৃপবৰ।
কৈৰ পৰা আসি আছা দেখো একেশ্বৰ ॥ ৩০৭১৫
তোমাসাৰ নাম কিবা কোন বা নৃপতি।
কোন বংশজাত শুনিবাক যায় মতি ॥
হেন যদি বাক্য বুলিলেক বিপ্রগণে।
স্থমিত্র নৃপতি পাচে বুলিলা বচনে ॥ ৩০৭১৬
হৈহয় বংশত মই আছো জন্ম ধৰি।
নামত স্থমিত্র মোক জানা নিষ্ট কৰি ॥
মৃগয়া কৰিবে লাগি আসিলো বনক।
বাণ লাগি লৰৰি গৈলেক মৃগ এক ॥ ৩০৭১৭
তাক খেদি একেশ্বৰ পাইলো ঘোৰ বন।
এহি হেতু তোমাসাক ভৈলো দৰশন ॥
ৰাজ্য শ্রীয়ো দূৰে গৈল পালো বৰ খেদ।
যিটো মনে ভাবিছিলো ভৈলা আশা ছেদ ॥৩০৭১৮
আশা ছেদ সম দুখ নাহি মোৰ মনে।
যদ্যপি আছয় গুৰু কহা ঋষিগণে ॥
যদি ৰাজ্য নষ্ট হোৱে তভো হানি নাই।
ৰাজচিহ্ন পুৰ নষ্ট হোৱে সমুদায় ॥ ৩০৭১৯
সহিবাক পাৰো মই ইসব দুখক।
আশাহত ভৈলে দেখো ইহাত অধিক ॥

হিমালয় মহোদধি তৰিবাক পাৰি।
আশা সমুদ্রক দেখো তৰিতে নপাৰি ॥ ৩০৭২০
শুনা বিপ্রগণ আৰে বচন আমাৰ।
আশা নামে সমুদ্রৰ নপাইলোহো পাৰ ॥
এতেক পুছোহো গুৰু তোমৰা সবত।
আকাশকো দেখো বৰ মোহোৰ মনত ॥ ৩০৭২১
আশা আকাশৰ মধ্যে কোন শ্রেষ্ঠতৰ।
অনুগ্রহ কৰি কহা ইহাৰ উত্তৰ ॥
দেৱব্রতে বোলে ওৰা কুন্তীৰ যে সুত।
স্থমিত্রে পুছিলে যদি ইমত প্রস্তুত ॥ ৩০৭২২
সকল ঋষিৰ মধ্যে পৰম মহন্ত।
সবাত অধিক জানা ঋষভ পণ্ডিত ॥
নৃপতিৰ বাণী শুনি ঋষভ বদতি।
পুছিলাহা কহো তুমি শুনিয়ো সম্প্রতি ॥ ৩০৭২৩
পূৰ্বকালে তীৰ্থ কৰি ফুৰিলো সদায় ॥
অনন্তৰে বদৰিকাশ্রম পাইলো যায় ॥
সুন্দৰী বদৰী তাত আছে অপৰ্য্যন্ত।
বৈহায়স নামে এক সৰোবৰ তান্ত ॥ ৩০৭২৪
আতি পুণ্যক্ষেত্র যাৰ জল নিৰমল।
স্নান কৰি দেৱতা পিতৃক দিলো জল ॥
যৈত আছে নৰনাৰায়ণ ঋষিবৰ।
দেখিলো সমীপে এক দিব্য বাসাঘৰ ॥ ৩০৭২৫
সিথানৰ পৰা পাচে তাক চলি গৈলো।
তাৰ অভ্যন্তৰে এক ঋষিক দেখিলো ॥
পৰম উচ্ছ্রিত যাৰ শৰীৰ ডাঙ্গৰ।
যাৰ কলেৱৰ আঠ মনুষ্যৰ বেৰ ॥ ৩০৭২৬
কৃশ হুয়া আছে শৰীৰত ছাল হাড়।
কুৎচিত শৰীৰ দেখি বিকৃত আকাৰ ॥
শিৰে জটা ধৰি আছে আতি বিলক্ষণ।
জাৰ্ণ ব্যাঘ্র চৰ্ম্ম কৰি আছে পৰিধান ॥ ৩০৭২৭

হেনয় বিপ্ৰক দেখি ভৈলোহো বঞ্চিত।
কৃতাঞ্জলি কৰি আগে ভৈলো উপস্থিত॥
সেই ভল্ল ঋষি মোক কৰিল ঈক্ষণ।
বসিবাক লাগি মোক দিলেক আসন॥ ৩০৭২৮
সেহি আসনত বসিলোহো নম্ৰ হুই।
আদ্যোপান্ত কহি পাচে চিনা দিলো মই॥
মোক অনুগ্ৰহ কৰি ঋষি সৰ্ব্বজ্ঞান।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ কৰিলা ব্যাখ্যান॥ ৩০৭২৯
আত অনন্তৰে ৰাজা শুনা পাচকথা।
ভূৰিদ্যুম্ন নৃপতিৰ যেন-ভৈল তথা॥
বীৰদ্যুম্ন নামে তাৰ পুত্ৰ যুবৰাজ।
মৃগয়া কৰিতে একদিনা ভৈলা সাজ॥ ৩০৭৩০
ঘোটকত চৰি ৰঙ্গে লৈয়া সেনাগণ।
মৃগয়াক মনে প্ৰবেশিলা ঘোৰ বন॥
মৃগ মাৰি থৈলা পাচে দৌলা-দৌলি কৰি।
একগুটি মৃগ গৈল দূৰক অন্তৰি॥ ৩০৭৩১
তাক দেখি যুবৰাজ গৈলা একেশ্বৰ।
পশিলেক গৈয়া ঘোৰ অৰণ্য ভিতৰ॥
মৃগকো নপাইলা প্ৰাণী নাহিসে সঙ্গত।
ক্ষুধায়ে তৃষায়ে চেষ্টা নাহিকে গাৱত॥ ৩০৭৩২
বাহিৰ ওলাইবে নপাৱয় দিশ পাশ।
বোলে হৰি হৰি জীৱনৰ গৈল আশ॥
এহি বুলি বিচাৰি চাহিবে গৈলা জল।
দেখিলেক সৰোবৰ পৰম নিৰ্ম্মল॥ ৩০৭৩৩
জলপান কৰিবাক তাহাতে নামিলা।
বলে ধৰি গ্ৰাসে তাক জল মাজে নিলা॥
সেহিমতে বীৰদ্যুম্ন গৈলা যমঘৰ।
শুনিয়ো সুমিত্ৰ কথা আত অনন্তৰ॥ ৩০৭৩৪
তাৰ সঙ্গে আসিয়া আছিলা প্ৰজা যত।
বাট চাই সবে হন্তে বৈল বাহিৰত॥

নাসিবাৰ দেখি বিচাৰিলা থানে থান।
পাচে ভূৰিদ্যুম্ন নৃপতিত দিলা জান॥ ৩০৭৩৫
শুনি ভূৰিদ্যুম্ন ৰাজা থিয়াই মৰিল।
সৰল বৃক্ষত যেন নিৰ্ঘাত পৰিল॥
মোক এৰি গৈল বাপ একেশ্বৰ কৰি।
জানে কিবা সিংহে বাঘে তাৰে খাইলে ধৰি॥ ৩০৭৩৬
এহিমতে বহু শোক কৰিলা নৃপতি।
সঙ্গে লৈলা বহুতৰ অসংখ্য পদাতি॥
পুত্ৰক বিচাৰি ৰাজা ফুৰে বনে বনে।
ভল্লৰ সমীপে গৈয়া মিলিলা তেখনে॥ ৩০৭৩৭
ঋষিক দেখিয়া ৰাজা কৰিলা সেৱলি।
বসিয়া ৰহিলা ৰাজা কৰি কৃতাঞ্জলি॥
মিনতি কৰিয়া ৰাজা বুলিবাক লৈলা।
পুত্ৰৰ বৃত্তান্ত পাচে সকলে কহিলা॥ ৩০৭৩৮
পুত্ৰক বিচাৰি ফুৰিলোহো বনে বন।
শ্ৰম মাত্ৰ পাইলো নপাইলোহো একো স্থান॥
দেখিবো বুলিয়া কৰিলোহো বৰ আশ।
আশাত থাকিয়া মই ভৈলো সৰ্ব্বনাশ॥ ৩০৭৩৯
আশাত কৰিয়া কোন আছয় ডাঙ্গৰ।
অনুগ্ৰহ কৰি মোত কহা মুনিবৰ॥
ভল্ল ঋষি বোলে শুনা ইহাৰ উত্তৰ।
আছে কৃশতৰী আশা আতি দুখতৰ॥ ৩০৭৪০
হেন বাক্য শুনি ৰাজা বুলিলা বচন।
কোন কৃশতৰী আশা কহিয়ো লক্ষণ॥
ভল্ল ঋষি বোলে শুনা সুমিত্ৰ নৃপতি।
হেন বাক্য যদি ভূৰিদ্যুম্ন নিগদতি॥ ৩০৭৪১
শুনা ভূৰিদ্যুম্ন তুমি মোহোৰ বচন।
কহিবো তোমাত কৃশ আশাৰ লক্ষণ॥
আঢ্যৱন্ত হুয়া নকৰয় উপকাৰ।
তাত আশা কৰি থিতো থাকে বাৰবাৰ॥ ৩০৭৪২

তাকে কৃশ আশা বুলি জানিবা নৃপতি।
আৰো কহো মোহোৰ কথাত দিবা মতি ॥
কৃতঘ্ন খলত আশা কৰে যিটো জন।
হিংসকক আশা যদি কৰে সৰ্বক্ষণ ॥ ৩০৭৪৩
অন্ন পান দিবাক নপাৰে যিবা প্ৰাণী।
তাত যিটো আশা কৰে পৰম অজ্ঞানী ॥
ইয়ো কৃশতৰী আশা কৈলো মহাশয়।
কহিলো স্বৰূপ আত যাইবাহা প্ৰত্যয় ॥ ৩০৭৪৪
একগুটি পুত্ৰ যিটো থাকে মনুষ্যৰ।
যদি সিয়ো পুত্ৰ মৰি যায় যমঘৰ ॥
নতুবা প্ৰবাসী হুই যায় দেশান্তৰ।
প্ৰবৃত্তি নজানি আশা কৰে যিটো নৰ ॥ ৩০৭৪৫
আকো কৃশতৰী আশা জানা নৰেশ্বৰে।
যিটো বৃদ্ধে নাৰী বিহাই পুত্ৰ আশা কৰে ॥
পিতৃৰ গৃহত জানা থাকি কন্যাচয়।
মোক কৈত দিব বুলি আশাক কৰয় ॥ ৩০৭৪৬
পিতৃ মাতৃ ভ্ৰাতৃ জেঠা খুৰা ইষ্ট জন।
কৈত কন্যা দিবো বুলি কৰে আলোচন ॥
ছলে কন্যাগণে থাকে তাহাক অনাই।
ইয়ো কৃশতৰী আশা জানা মহাৰায় ॥ ৩০৭৪৭
এহিসব কথা যদি নৃপতি শুনিলা।
ঋষিক প্ৰণাম কৰি বচন বুলিলা ॥
মোহোত প্ৰসন্ন আৰে হৈয়ো মুনিৰাজ।
পুত্ৰদৰ্শনত মোৰ কিছো নাই কাজ ॥ ৩০৭৪৮
মোহোত কহিলা তুমি যিটো জ্ঞানচয়।
মিছা নোহে জানিলো সকল সত্য হয় ॥
এতেকে পুত্ৰত আশা ছাৰিলোহো আমি।
ভাল অনুগ্ৰহ মোক কৰিলাহা স্বামী ॥ ৩০৭৪৯
ঋষভ বদতি শুনা সুমিত্ৰ নৃপতি।
হেন যদি কথা বীৰদ্যুম্ন নিগদতি ॥
শুনি হাস্য কৰিলন্ত ভল্ল মহাঋষি।
যোগবলে ৰাজপুত্ৰ আনিলা হৰিষি ॥ ৩০৭৫০
নৃপতি দেখিল পুত্ৰ বনৰ ওচৰ।
লাসবেশ কৰি পুত্ৰ ভ্ৰমে একেশ্বৰ ॥
ঋষিৰ প্ৰসাদে সিটো মোহ দূৰ গৈলা।
পুত্ৰক দেখিয়া ৰাজা কিছো নুবুলিলা ॥ ৩০৭৫১
এতেকে সুমিত্ৰ তুমি সেহি ধৰ্ম্ম ধৰা।
ইটো কৃশতৰী আশা দূৰে পৰিহৰা ॥
ভীষ্ম নিগদতি শুনা নাতি বংশধৰ।
ঋষভৰ বাক্যত সুমিত্ৰ নৰেশ্বৰ ॥ ৩০৭৫২
তেতিক্ষণে সিটো আশা কৰিলেক দূৰ।
তুমি সেহিমত আশা এৰিয়ো ঠাকুৰ ॥
মোহোৰ বচন তুমি ধৰা স্বৰূপত।
হুয়োক গম্ভীৰ যেন হেমন্ত পৰ্বত ॥ ৩০৭৫৩
যুধিষ্ঠিৰ বদতি শুনিয়ো গঙ্গাসুত।
তোমাৰ মুখৰ বাণী যেহেন অমৃত ॥
শুনন্তে শুনন্তে মোৰ শ্ৰদ্ধা বাঢ়ি যায়।
অমৃতৰ পানে যেন আদি স্বাদ পায় ॥ ৩০৭৫৪
যেন যোগীগণে ধ্যান ধৰিয়া সতত।
পৰমাত্মা বস্তুক দেখিলা হৃদয়ত ॥
বাহ্য দৃষ্টি এৰি ভজে তাহান চৰণ।
পৰম আনন্দে মজি থাকে যোগীগণ ॥ ৩০৭৫৫
তোমাৰ কথাত মই ভৈলো সেহিমত।
কদাচিতো অন্য কৰ্ম্মে নভ্ৰময় চিত ॥
ভীষ্মে বোলে শুনা যুধিষ্ঠিৰ নৃপবৰ।
কহো ইতিহাস আৰো যম গৌতমৰ ॥ ৩০৭৫৬

### যম-গৌতম সংবাদ কথন

পাৰিপাত্ৰ গিৰিত গৌতম ঋষিবৰ।
তপস্যা কৰিল ষষ্টি সহস্ৰ বৎসৰ ॥

একদিনা যম ৰাজা তথাকে চলিলা।
তপ কৰি আছে ঋষি দৰশন ভৈলা ॥ ৩০৭৫৭
যম আসি আছে ঋষি ধ্যানতো জানিলা।
পাদ্য অৰ্ঘ দিয়া ধৰ্ম্মৰাজাক পূজিলা ॥
যম নিগদতি শুনিয়োক তপোধন।
ইটো পৰ্বতত তুমি আছা কি কাৰণ ॥ ৩০৭৫৮
গৌতম বদতি শুনিয়োক ধৰ্ম্মৰাজ।
তুমি যি পুছিলা পাচে কৈবো সিটো কাজ ॥
সম্প্ৰতি পুছোহো এককথা তযু আগে।
মোক অনুগ্ৰহ কৰি কহা মহাভাগে ॥ ৩০৭৫৯
পিতৃ মাতৃ মহাগুৰু জানা অভিপ্ৰায়।
কেনমতে আসম্বাৰ ঋণ শুজা যায় ॥
কিবা হেতু পুৰুষে পাৱয় শুভলোক।
ইহাৰ কাৰণ কহি বুজায়োক মোক ॥ ৩০৭৬০
যমে বোলে কহো আৰে শুনা তপোধন।
তপস্যা আচৰি শুচি হুইবে সৰ্বক্ষণ ॥
পিতৃ মাতৃ প্ৰতি দিনে কৰিবে অৰ্চ্চন।
সদায়ে হুইবেক জানা সত্য ধৰ্ম্মে মন ॥ ৩০৭৬১
অশ্বমেধ যজ্ঞ যজি দিবেক দক্ষিণা।
তেবে পিতৃ-মাতৃ ঋণ শুজিল সিজনা ॥
অন্তে শুভ লোক পাৱে ভুঞ্জি ভোগচয়।
কহিলো তোমাত আত নাহিকে সংশয় ॥ ৩০৭৬২
এহি ভাৱ যুধিষ্ঠিৰ ধৰিয়া সতত।
যম গৌতমৰ কথা ভৈলা সমাপত ॥
ভীষ্ম নিগদতি শুনা ধৰ্ম্মৰ তনয়।
আৰো পুছা যিটো মনে আছয় সংশয় ॥ ৩০৭৬৩
ভীষ্মৰ শুনিয়া হেন বচন মধুৰ।
লাসে লাসে পুছিবে লাগিলা যুধিষ্ঠিৰ ॥
যুধিষ্ঠিৰে বোলে শুনা ভাগীৰথী সুত।
যদি নৃপতিৰ জানা ভৈল বহু বিত ॥ ৩০৭৬৪
তাক কেনমতে ভোগ কৰিব নৃপতি।
ইহাৰ কাৰণ কহিয়োক মহামতি ॥
ভীষ্মে বোলে যি পুছিলা পৰম সঙ্কেত।
সাৱধানে শুনা কহিবোহো আৰ তত্ত্ব ॥ ৩০৭৬৫
যদিবা প্ৰজাৰ দুখ মিলিল আসিয়া।
নৃপতিয়ে ধন দিবে ভাণ্ডাৰ মেলিয়া ॥
এহিমতে বিভাগি ভুঞ্জিবে অৰ্থচয়।
সিটো নৃপতিয়ে সদা সুখক লভয় ॥ ৩০৭৬৬
আত এক ইতিহাস কহো পুৰাতন।
এক চিত্ত মনে শুনা পাণ্ডুৰ নন্দন ॥
ক্ষত্ৰিয়ত হস্তে এক পুত্ৰ ভৈল জাত।
নামত কায়ব্য ভৈলা জগত প্ৰখ্যাত ॥ ৩০৭৬৭
মহা বলশালী ধনুৰ্বেদত পাৰ্গত।
জানে অস্ত্ৰ শস্ত্ৰ যুদ্ধ নীতিক জানন্ত ॥
পাচে তাৰ শুনিয়ো আশ্চৰ্য্য ভৈলা কৰ্ম্ম।
ধৰিলেক দস্যুবৃত্তি এৰি আন কৰ্ম্ম ॥ ৩০৭৬৮
বহুত ডকাইতগণ লৈলেক সঙ্গত।
গধুলি সময় গৈয়া পশয় গ্ৰামত ॥
কাটি মাৰি লুৰি পুৰি আনে দ্ৰব্যচয়।
সেহি দ্ৰব্য আনি পিতৃ মাতৃক পূজয় ॥ ৩০৭৬৯
আছে বনখণ্ড এক তাৰ সমীপত।
তাহাতে আছয় বিপ্ৰ যদি অপৰ্য্যন্ত ॥
সিটো দ্ৰব্য নিয়া কিছো দেয় তাসম্বাক।
মৃগ মাৰি দেয় কতো বুলি স্তুতি বাক ॥ ৩০৭৭০
এহিমতে ডকাইত বহুত লৈয়া সঙ্গে।
যিসবে নমানে লুটি আনে মহা ৰঙ্গে ॥
দস্যুগণ বদতি শুনিয়ো মহাবীৰ।
তোমাৰ দেখোহো বৰ ডাঙৰ শৰীৰ ॥ ৩০৭৭১
নম্ৰ হুই আপুনাক কৰো সতকাৰ।
আমাৰ মধ্যত তুমি হুয়ো অধিকাৰ ॥

তব আজ্ঞা পালি থাকিবোহো সৰ্ব্বক্ষণ ।
তেবেসে হুইবেক আমাসাৰ ৰঙ্গ মন ॥ ৩০৭৭২
পিতৃমাতৃ যেনমতে পালয় পুত্ৰক ।
তুমি সেহিমতে ৰাজা হুয়া পালিয়োক ॥
কায়ব্য বদতি শুনা যত দস্যুগণ ।
তোমাসাত কহো মই স্বৰূপ বচন ॥ ৩০৭৭৩
ভয়াতুৰ জন আৰো স্ত্ৰী সমস্তয় ।
তপস্বী শিশুক যিটো যুদ্ধ নকৰয় ॥
ইসব জনক জানা বধিবে নপায় ।
বন্দীয়া জনক নবধিবা ছিদ্ৰ পায় ॥ ৩০৭৭৪
নিতে নিতে ব্ৰাহ্মণৰ চিন্তিবা কল্যাণ ।
তাসম্বাৰ নিমিত্তে কৰিবা ঘোৰ ৰণ ॥
বিপ্ৰক জানিবা সদা সুখৰ কাৰণ ।
এতেকে উচিত নোহে তাহাৰ হিংসন ॥ ৩০৭৭৫
বিপ্ৰসকলক যিটো হিংসয় দুৰ্ম্মতি ।
অৱশ্যে জানিবা তাৰ মিলয় দুৰ্গতি ॥
সৰ্বকালে ব্ৰাহ্মণক কৰিবা বন্দন ।
নতু সৰ্বস্বক দিয়া কৰিবা পোষণ ॥ ৩০৭৭৬
বিপ্ৰগণে যাহাৰ চিন্তয় পৰাভৱ ।
তাহাৰ জানিবা ৰক্ষাকৰ্ত্তা নাই কেৱ ॥
যিটো দস্যুগণ ধৰ্ম্মশাস্ত্ৰে প্ৰৱৰ্ত্তয় ।
ক্ৰূৰ কৰ্ম্ম কৰি তভো মোক্ষক লভয় ॥৩০৭৭৭
ভীষ্মে বোলে শুনা আৰে যুধিষ্ঠিৰ ৰায় ।
কায়ব্যে দস্যুৰ আগে কহিলে বুজায় ॥
তাহাৰ শিক্ষাত সবে লভিলেক সুখ ।
যত পাপকৰ্ম্ম তাত ভৈলা পৰাঙ্মুখ ॥ ৩০৭৭৮
পাতকীক পাপহন্তে কৈলা নিবৰ্ত্তন ।
শিষ্টসকলক সদা কৰিয়া পালন ॥
ইহাতে কায়ব্যে জানা সিদ্ধিক লভিলা ।
কায়ব্যৰ কথা এহিমানে সাঙ্গ ভৈলা ॥ ৩০৭৭৯

কায়ব্য চৰিত যিটো শুনে বা পঢ়য় ।
অৰণ্যত সিজনৰ ভয় নোপজয় ॥
মনুষ্য দেৱতা হন্তে ভয় নাহি আৰ ।
নাহি ভয় ভূত পিশাচত হন্তে তাৰ ॥ ৩০৭৮০
চোৰ যে ডকাইত হন্তে নাহিকে সংশয় ।
সন্তসকলৰ আত কৃপাসে মিলয় ।
হেন জানি ইহাত সদায় কৰা মতি ॥
ইহাক শ্ৰৱণে মিলে হৰিত ভকতি ॥ ৩০৭৮১
অমৃত সমান ইটো কথা ভাৰতৰ ।
কৰ্ণে পান কৰা আক যত বুধ নৰ ॥
দ্বিজ লক্ষ্মীনাথে ভণে এৰি আন কাম ।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥ ৩০৭৮২

---

### দুলড়ী

সন্নিকট বিপদত আত্মৰক্ষা উপদেশ

ভীষ্ম নিগদতি শুনা নৰপতি
ব্ৰহ্মাৰ মুখৰ কথা ।
সেহি কথা মই তোমাৰ আগত
সম্প্ৰতি কহিবো এথা ॥
যেন ব্যৱস্থায়ে নৃপতিসকলে
উপাৰ্জ্জিৱে অৰ্থচয় ।
জানা ব্ৰাহ্মণৰ অৰ্থ নিৰন্তৰ
লৈবাক উচিত নয় ॥ ৩০৭৮৩
ইহাকে ব্ৰহ্মস্ব দেৱস্ব বোলয়
হৰিবে নুহি উচিত ।
চোৰ যে ডকাইত ক্ৰিয়াহীন যত
এসম্বাৰ লৈবা বিত ॥
ইটো প্ৰজা যত ক্ষত্ৰিয়ে সতত
কৰিবেক প্ৰতিপাল ।
যজ্ঞৰ নিমিত্তে প্ৰজাৰ কাৰণে
ধন লৈবে মহীপাল ॥ ৩০৭৮৪

দুৰ্জ্জনৰ ধন জানা অকাৰণ
কাহাৰো নসাধে হিত।
তাহাকো নিগ্ৰহি আনিয়া নৃপতি
ভৰিয়া থৈব কোষত ॥
সেহিটো অৰ্থক দিবে ব্ৰাহ্মণক
যজ্ঞত কৰিবে ব্যয়।
যিটো ধনৱন্তে দেৱতা পিতৃক
সুপূজয় ধন থই ॥ ৩০৭৮৫
নেদয় বিপ্ৰক আৰো মনুষ্যক
সেহিটো বৰ কৃপণ।
সিটো মনুষ্যৰ ধাৰ্ম্মিক ৰাজায়ে
নিগ্ৰহি লৈবেক ধন ॥
নসাঞ্চিবে তাক বুলি প্ৰিয়বাক
সমৰ্পিবে ব্ৰাহ্মণত।
সিটো নৃপতিৰ সিজে সবে ধৰ্ম্ম
কহিলোহো স্বৰূপত ॥ ৩০৭৮৬
ভীষ্মে বোলে শুনা ৰাজা যুধিষ্ঠিৰ
শুনিয়ো আৰো অপৰ।
থাকয় মনুষ্য আতি সুশিক্ষিত
ব্যৱস্থা বুজে কাৰ্য্যৰ ॥
আসিব বিপত্তি মনে কৰি স্থিতি
পূৰ্ব্বত চিন্তে উপায়।
যদিবা বিপত্তি আসিয়া মিলয়
মনে তাক অবগায় ॥ ৩০৭৮৭
আলাস এৰিয়া উপায় কৰিয়া
খণ্ডাবে যত বিঘিনি।
নপাৱে আপদ সদায় সম্পদ
এহি দুই বিধ প্ৰাণী ॥
দীৰ্ঘসূত্ৰী ভৈলে আপদে নেৰয়
লভয় বহুত কষ্ট।
দুখৰ ভাজন সেহিসে ৰাজন
অন্তত হোৱয় নষ্ট ॥ ৩০৭৮৮
ইহাৰ প্ৰমাণ জানা যুধিষ্ঠিৰ
কহিবো এক আখ্যান।

আছে জলাশয় গহীন নোহয়
সেহিটো মৎস্যৰ স্থান ॥
অসংখ্য অপাৰ মৎস্য আছে ক্ৰীড়ি
চপ্ চপ্ মাত্ৰ কৰে।
তাহাৰ মধ্যত আছে তিনি গোট
শ্ৰেষ্ঠ মৎস্য সকলৰে ॥ ৩০৭৮৯
নাম ত্ৰিতয়ৰ শুনা যুধিষ্ঠিৰ
দীৰ্ঘসূত্ৰী এক জন।
প্ৰাপ্ত যে কালজ্ঞ নাম ভৈলা এক
দীৰ্ঘদৰ্শী এক জন ॥
এহি ৰূপে জলে ক্ৰীড়িয়া থাকয়
জলজন্তু সবে মানে।
আত অনন্তৰে কৈবৰ্ত্তসকলে
দেখিলন্ত বিদ্যমানে ॥ ৩০৭৯০
দেখে বহু মীন পাইবো বহু ধন
ধৰিবে কৈলা উপায়।
বুজি অনুমান খানিলেক জান
দিলেক জল বোৱাই ॥
পাচে দীৰ্ঘদৰ্শী কাৰ্য্যসব লক্ষি
দেখয় মিলে মৰণ।
সিটো দুইকো লাগি বুলিবে লাগিলা
শুনাহা যুক্তি বচন ॥ ৩০৭৯১
আমাসাৰ আসি মিলয় অপায়
কৰিবো কোন ব্যৱস্থা।
শুনা তোৱা দুই মোহোৰ উপায়
লোৱা যদি মোৰ কথা ॥
নৈতো ঠেক হন্তে আৰম্ভ কালত
অন্তৰোহো শীঘ্ৰ কৰি।
জল বহি গৈলে কৰিবে বন্ধন
তিনিকো নিবেক ধৰি ॥ ৩০৭৯২
দীৰ্ঘদৰ্শী হেন মন্ত্ৰণা কহিয়া
পাচে মৌন হুয়া ৰৈলা।
হেন শুনি পাচে প্ৰাপ্ত যে কালজ্ঞে
পুনু বুলিবাক লৈলা ॥

যেখনে আসিয়া অপায় মিলিব
ভেবেসে উপায় উচিত।
কৰিবা মন্ত্ৰণা সাৰিবোহো গাৱ
সম্প্ৰতি কিসৰ ভীত ॥ ৩০৭৯৩
হেন শুনি দীৰ্ঘ- সূত্ৰীয়ে বোলয়
শুনিয়োক দুয়োজন।
আতি ভয়াতুৰ দেখো তোৰা দুইকো
ডৰে ভৈলা কম্পমান ॥
সম্প্ৰতি বিপত্তি ঈশ্বৰ ইচ্ছাত
জানাহা আসি মিলয়।
হৈবে লাগে যিটো পূৰ্বে আছে হুই
নজানি কৰহ ভয় ॥ ৩০৭৯৪
দীৰ্ঘ যে সূত্ৰীৰ শুনি হেন বাক্য
দীৰ্ঘদৰ্শী কৈলা কাৰ্য্য।
দুহাঙ্কো এৰিয়া তেতিক্ষণে সিটো
সত্বৰে ভৈলেক বাজ ॥
হেন সময়ত দেখিল কৈৱৰ্ত্তে
মৎস্যে দিলা গাৱ জাগ।
আথ-বেথ কৰি হাতে বাণ ধৰি
ভেণ্টিলেক গৈয়া আগ ॥ ৩০৭৯৫
জল বহি গৈল মৎস্য পাচে বৈল
দেখিয়া মন প্ৰসন্ন।
হাতে সূত্ৰ ধৰি কৈৱৰ্ত্ত নামিল
আতি উত্ৰাৱল মন ॥
ধৰি মীনচয় সূত্ৰক গান্থয়
আতি ৰঙ্গ মন কৰি।
দীৰ্ঘ যে সূত্ৰীক লাগ পাই পাচে
সূত্ৰত গান্থিলে ধৰি ॥ ৩০৭৯৬
হেন দেখি পাচে প্ৰাপ্ত যে কালজ্ঞে
কৰিলে বৰ উপায়।
মৎস্যৰ শাৰীত গৈয়া সূত্ৰে ধৰি
ৰৈলা গন্থা মৎস্য প্ৰায় ॥
কৈৱৰ্ত্তে জানিলা সকল মৎস্যক
গান্থিলো সূত্ৰত আনি।
বিশাল জলত পখালিবে লৈলা
গ্ৰথিত মৎস্যক আনি ॥ ৩০৭৯৭
তেতিক্ষণে পাচে প্ৰাপ্ত যে কালজ্ঞে
ৰজ্জুৰ কামোৰ এৰি।
গহীন জলত প্ৰবেশিলা গই
দীৰ্ঘদৰ্শী সঙ্গ কৰি ॥
বুদ্ধিহীন দীৰ্ঘ সূত্ৰীৰ মৰণ
মিলিলেক দেখা পাচে।
মূঢ় মন্দ চিত্ত ভৈল যিটো জন
তাহাৰ বিপত্তি কাছে ॥ ৩০৭৯৮
জানা নৃপবৰ যিটো মূঢ়গণ
আপদক নজানয়।
বিপদ দেখিয়া নকৰে উপায়
সিটো যায় যমালয় ॥
আপদ জানিয়া পূৰ্বতে উপায়
নকৰি থাকে গৰ্বত।
দীৰ্ঘসূত্ৰী ঠানে সিসব মনুষ্যে
পৰে নিষ্টে বন্ধনত ॥ ৩০৭৯৯
আগন্তুক মোৰ মিলিব বিপদ
ইহাক জানিয়া নৰে।
পূৰ্বতে নিতান্ত কৰিয়া উপায়
যিসবে আপদ তৰে ॥
সেহিটো কল্যাণ পাৱে সৰ্বক্ষণ
দীৰ্ঘদৰ্শী যেনমতে।
যিটো বুদ্ধিমন্ত আপদত হন্তে
তৰে জানা অব্যাহতে ॥ ৩০৮০০
শুনা সৰ্বজন কথা বিতোপন
সৰ্বদায়ে কৰা ৰতি।
ইহাৰ শ্ৰৱণে মিলে সৰ্ব সিদ্ধি
কৃষ্ণত জন্মিবে মতি ॥
দেখা কলিকাল অল্পায়ুস নৰ
অধৰ্ম্মে আসি বেড়িল।
কুল ক্ৰিয়া ধৰ্ম্ম সবে নষ্ট গৈল
ক্ষয় ভৈল তেজ বল ॥ ৩০৮০১

হে জগন্নাথ মই বৰ অনাথ
কৰা কৃপা দয়াময় ।
চৰণ কমল ৰঙ্গা পদতল
তাহাতে গৈলো বিক্ৰয় ॥
দুৰ্ল্লভ ভাৰতে জন্ম লভিলোহো
নামত ভৈলো ব্ৰাহ্মণ ।
তোমাত ভকতি নভৈল সম্প্ৰতি
কি মই পামৰ দীন ॥ ৩০৮০২
বৃথা আয়ু যায় তভো চেষ্টা নাই
বাঢ়য় চিত্তে আক্ৰোশ ।
হেনয় দুৰ্ম্মতি গুচায়ো সম্প্ৰতি
দীনবন্ধু হৃষীকেশ ॥
পতিত পাৱন নাম যে তোমাৰ
ব্যৰ্থ নকৰাহা স্বামী ।
এতিক্ষণে তযু চৰণ পঙ্কজে
শৰণ পশিলো আমি ॥ ৩০৮০৩
মৰণ বেলাতে ঘোৰ সন্নিপাতে
শৰীৰ হুইবে তৰধ ।
কফ বাত পিত্ত ইসবে আসিয়া
কৰিবে কণ্ঠ নিৰোধ ॥
অদ্যাবধি পদ পঙ্কজ পঞ্জৰে
সমৰ্পিলো মন নিয়া ।
মোহোতে প্ৰসন্ন হুয়া নাৰায়ণ
কৰিয়ো এহিসে দায়া ॥ ৩০৮০৪
শুনা সমজ্যাৰ লোক নিৰন্তৰ
সকলে দেখা অসাৰ ।
পুত্ৰ ভাৰ্য্যা ধন সবে অকাৰণ
কৃষ্ণৰ চৰণ সাৰ ॥
শুনা সৰ্বজন কেদিন জীৱন
নেৰিবা সম্প্ৰতি নাম ।
দ্বিজ লক্ষ্মীনাথ বোলে এহি পথ
ধৰিয়োক সৰ্বজন ॥ ৩০৮০৫

———

শত্ৰুৰপৰা আত্মৰক্ষা উপদেশ

পদ

যুধিষ্ঠিৰ বদতি শুনিয়ো দেৱব্ৰত ।
সকলো বুদ্ধিক তুমি কহিলাহা মোত ॥
দীৰ্ঘসূত্ৰী উতপন্ন আৰো অনাগত ।
এহি তিনি বুদ্ধি পাইলো তব প্ৰসাদত ॥৩০৮০৬
কেনে অবিনাশী বুদ্ধি কহিয়ো বুজায় ।
তযু মুখে ইহাক শুনিবে ইচ্ছা যায় ॥
যিটো বুদ্ধি হন্তে শত্ৰুগণক জিনয় ।
শত্ৰু দেখি তাৰ মনে ভয় নোপজয় ॥ ৩০৮০৭
এহিসে বুদ্ধি যে কহিয়োক মোৰ আগে ।
তোমাৰ প্ৰসাদে বুদ্ধি হৌক অনুৰাগে ॥
এহিসব কথা মোত কহিয়ো সমস্ত ।
যেনমতে মোহোৰ যে মন হোৱে সুস্থ ॥ ৩০৮০৮
যিটো নৃপতিৰ যুদ্ধ ভৈলেক বহুত ।
সিটো নৃপতিৰ ৰক্ষা হৈবে কেনমত ॥
পূৰ্বত শত্ৰুক বৰ দি আছে বেদনা ।
তাত ৰক্ষা পৰে কেনে কৰিয়া প্ৰাৰ্থনা ॥ ৩০৮০৯
শত্ৰু মিত্ৰ দুহান জানিব কেনমত ।
চেষ্টা কৰিবেক কেনে ইহাৰ মধ্যত ॥
যদি জ্ঞানৱন্ত শত্ৰু ভৈলা মিত্ৰৱত ।
সেহিটো পুৰুষে কৰিবেক কোন মত ॥ ৩০৮১০
কোন কৰ্ম্ম কৰি সিটো সুখক লভয় ।
ইসব সংশয় ছেদিয়োক মহাশয় ॥
গঙ্গাসুত বদতি শুনিয়ো নৃপবৰ ।
যি পুছিলা মোত কহো তাহাৰ উত্তৰ ॥ ৩০৮১১
যদি শত্ৰুগণে মিত্ৰতাক কৰে গতি ।
মিত্ৰ যদি দোষণীয় হোৱয় সম্প্ৰতি ॥
শক্তি অশক্তিক বুজিবেক প্ৰতিদিন ।
বিশ্বাস কৰিব তেবে নকৰিবে ৰণ ॥ ৩০৮১২

যদিবা কাৰ্য্যৰ মনে নিশ্চয় কৰয় ।
তবে দেশ কালক জানিবে মহাশয় ॥
আপুনাৰ হিত যদি বাঞ্ছা কৰে মনে ।
তেবেসে মিত্রতা কৰিবেক সেহি জনে ॥ ৩০৮১৩
যদিবা থাকয় পূৰ্ব কালৰ বৈৰতা ।
প্রাণৰক্ষা হেতু তাত কৰিবে মিত্রতা ॥
প্রাণৰ সঙ্কটে যিটো জনে অমিত্রত ।
নকৰয় মিত্র সেহি জন অপণ্ডিত ॥ ৩০৮১৪
পুৰাতন মিত্র যদি থাকে কত নৰে ।
ভাবিয়া চাহিব শত্রু কৰিতে নপাৰে ॥
হেনয় মিত্রক এৰি শত্রুত সম্প্রতি ।
কাৰ্য্য বুজি পণ্ডিতে কৰিব মিত্রবতী ॥ ৩০৮১৫
যেহেন অৰ্থেৰে অৰ্থ উপাৰ্জ্জে সকল ।
এহিমতে সিয়ো জানা পাইবে মহাফল ॥
পুনু ভীষ্ম নিগদতি শুনা নৰেশ্বৰ ।
আতে এক ইতিহাস কহো মনোহৰ ॥ ৩০৮১৬
বটমূলে মাৰ্জ্জাৰ মুষিকে যেন বাদ ।
কহিবো তোমাত শুনা সেহিটো সম্বাদ ॥
বৰ বটবৃক্ষ এক আছিল বনত ।
অনেক লতায়ে তাক কৰিছে আবৃত ॥ ৩০৮১৭
নানাবিধ পক্ষী তাত কৰয় নিবাস ।
শাখাগণ দেখি যেন মেঘৰ সঙ্কাশ ॥
আতি মনোৰম ছায়া শৰীৰ জুৰায় ।
নানা মৃগগণ তাত থাকয় জিৰায় ॥ ৩০৮১৮
পলিত মূষিক নামে তাহাৰ মূলত ।
শতমুখ কৰি গৰ্ত্তে বৈলা সি থানত ॥
মহা জ্ঞানবন্ত সিটো যাৰ সম নাই ।
পৰম আনন্দে বঞ্চি আছে সেহি ঠাই ॥ ৩০৮১৯
সেহিসে বৃক্ষৰ শাখা কৰিয়া আশ্রয় ।
লোমশ মাৰ্জ্জাৰ তাতে সুখেৰে বঞ্চয় ॥
পক্ষীৰ ছাৱাল মানে ধৰি ধৰি খায় ।
এহিমতে তাহাতে থাকয় সৰ্ব্বদায় ॥ ৩০৮২০
সেহি বনমাজে পশি বটৰ মূলত ।
চণ্ডালেক যায় ফান্দ পাতে প্রতিনিত ॥
সূৰ্য্য অস্ত ভৈলে দিনে গৃহে চলি যায় ।
প্রভাত ভৈলেক মাত্রে আসয় ছুনায় ॥ ৩০৮২১
সেহি ফান্দে লাগিয়া থাকয় পশুগণ ।
তাহাকে আনিয়া সিটো কৰয় জীৱন ॥
শুনা পাচে যেন ভৈল ৰাজা যুধিষ্ঠিৰ ।
দৈৱবশে সেহি ফান্দে লাগিল মাৰ্জ্জাৰ ॥ ৩০৮২২
একোৰূপে এৰাইবে নপাইলেক সন্ধি ।
ফান্দত মাৰ্জ্জাৰ জানা হুয়া ৰৈল বন্দী ॥
পলিতে জানিলা মনে সিটো বন্দী ভৈল ।
এহি বুলি মনে তাৰ আনন্দ মিলিল ॥ ৩০৮২৩
গৰ্ত্তৰ ওলাই সিটো পৰম নিৰ্ভয় ।
আতি আনন্দিত মনে তাহাতে ভ্রময় ॥
ফান্দৰ উপৰে তাৰ দণ্ডত চৰিয়া ।
তাহাৰ ভক্ষ্যক ৰঙ্গে ফুৰে বিচাৰিয়া ॥ ৩০৮২৪
নিৰ্ভয়ে ফুৰিয়া তাক কৰয় ভোজন ।
শত্রু পৰিবাৰ দেখি কৰয় হসন ॥
আহাৰত চিত্ত দিয়া দেখিলেক পাচে ।
দেখে ভয়ঙ্কৰ শত্রু গোট লাগি আছে ॥ ৩০৮২৫
নামত হৰিত সিটো নকুল প্রধান ।
পলিতক লাগি কৰি আছে অৱধান ॥
পৰম চঞ্চল দুই চক্ষু তাম্রবৰ্ণ ।
বোলে এই মূষিকক কৰোহো ভক্ষণ ॥ ৩০৮২৬
এহি বুলি জিহ্বা তাৰ কৰে লটপট ।
উৰ্দ্ধমুখ কৰি ৰৈলা তাৰ সমীপত ॥
শুনা যুধিষ্ঠিৰ কথা আত অনন্তৰে ।
আছয় উলুক বটবৃক্ষৰ কোটৰে ॥ ৩০৮২৭

ৰজনী জানিয়া কোটৰৰ ভৈলা বাজ।
দেখি মুষিকক সিটো খাইবে ভৈলা সাজ ॥
অতি তীক্ষ্ণতৰ ঠোট দেখি লাগে ভয়।
হেন সময়ত পাচে পলিতে দেখয় ॥ ৩০৮২৮
মোক নকুলেও চুম্পি ৰহিলা আগত।
চিত্ৰক উলুক বৈলা চুম্পি উপৰত ॥
জানিলো বিপদ আসি মিলিল এখন।
উভয়ত হন্তে মোৰ মিলিল মৰণ ॥ ৩০৮২৯
যদিবা বিপদ মৃত্যু চাপয় ওচৰ।
তাক কেন উপায় কৰিবে জ্ঞানী নৰ ॥
যদি শত্ৰুগণে আসি ধৰয় আৱৰি।
সাৰিবাক নপাৰিলে চাব মন কৰি ॥ ৩০৮৩০
সবাৰে মধ্যত যিটো হোৱয় প্ৰবল।
কৰিব মিত্ৰতা তাত বাঞ্ছিয়া কুশল ॥
অন্য শত্ৰুগণ দেখি হৈবে সঙ্কোচিত।
মোৰ ইকালত দেখো সেহিসে উচিত ॥ ৩০৮৩১
ভূমিত নামিলে ধৰি খাইবেক নকুলে।
উলুকে দংশিবে মোক ইথানে থাকিলে ॥
পাশ হন্তে মুক্ত যদি হোৱয় মাৰ্জ্জাৰ।
অৱশ্যে জানিলো আত হন্তে যাবো মাৰ ॥ ৩০৮৩২
শাশ্বতিক বৈৰ ইটো মাৰ্জ্জাৰে সহিতি।
সঙ্কটে পৰিয়া আত কৰো মিত্ৰৱতী ॥
নকুল উলুক কিবা নিবৰ্ত্তিয়া যায়।
আতপৰে কিছো আৰো নেদেখো উপায় ॥৩০৮৩৩
মই যেনে বিপাঙ্গে পৰিলো আপদত।
তথাপিতো জ্ঞানী মোহ নপাৱে কিঞ্চিত ॥
বিপদ তৰিবে যত্ন কৰে অনুক্ষণ।
পুৰুষাৰ্থ কৰে যেবে জীৱ থাকে মান ॥ ৩০৮৩৪
মোহক নপাৱে যিটো হেন আপদত।
সেহিজনে জানা অৰ্থ লভে অপৰ্য্যন্ত ॥
ইহাক যে কহো শুনা পাণ্ডুৰ যে সুত।
নেদেখিবা আত আৰো কথা অদভুত ॥ ৩০৮৩৫
মাৰ্জ্জাৰত বিনে আৰো আন গতি নাই।
তাহাৰ সমীপে গৈয়া মিত্ৰ কৰো যায় ॥
ক্ষত্ৰিয়ৰ ধৰ্ম্ম ধৰি হিত বোলো যায়।
এতেকে মাৰ্জ্জাৰ মোৰ হৈবেক সহায় ॥ ৩০৮৩৬
দৈৱগতি সিয়ো বন্দী ভৈলেক পাশত।
যদি প্ৰিয় বোলো যায় তাহাৰ আগত ॥
জীৱন নিমিত্তে মোক কৰিবে কাকুতি।
অৱশ্যে আমাৰ সঙ্গে হুইব মিত্ৰৱতী ॥ ৩০৮৩৭
বলৱন্ত শত্ৰু যদি সঙ্কটে পৰয়।
তথাপি শত্ৰুত সিটো মিত্ৰতা কৰয় ॥
শত্ৰু পণ্ডিত ভৈলে জানিবা বিশিষ্ট।
মূৰ্খ মিত্ৰ ভৈলে সিটো সাধয় অনিষ্ট ॥ ৩০৮৩৮
মোহোৰ অমিত্ৰ ইটো দেখাহা মাৰ্জ্জাৰ।
তেহে সমে মিত্ৰ যদি ঘটয় আমাৰ ॥
তেবেসে মোহোৰ জানা ৰক্ষা পৰে প্ৰাণ।
ময়ো মাৰ্জ্জাৰৰ জানা সাধিবো কল্যাণ ॥ ৩০৮৩৯
এহি মনে আলোচিয়া পলিত মূষিক।
লাসে লাসে মাৰ্জ্জাৰৰ চাপিলা পাশক ॥
আতি মৃদুভাৱে তাক বুলিলা বচন।
কিবা দৈৱগতি আসি ভৈলাহা বন্ধন ॥ ৩০৮৪০
বন্ধনে পৰিয়া বৈলা মৃতক আকাৰ।
মুক্ত হৈবে লাগি নকৰাহা কাৰবাৰ ॥
ৰজনী প্ৰসমে আসি মিলিব চণ্ডাল।
বান্ধি ধৰি লৈয়া যাব যেন যমকাল ॥ ৩০৮৪১
নিশ্চিন্ত নথাকা তুমি কৰিয়ো উপায়।
যেনমতে তোমাসাৰ প্ৰাণ ৰক্ষা পায় ॥
মোহোৰ সংশয় ভৈল দেখিয়ো এখন।
নকুল উলুকে খাইবে কৰয় যতন ॥ ৩০৮৪২

ৰক্ষা নাই দেখি আসি ভৈলো তযু থান।
তোমাসাত হন্তে কিবা ৰক্ষা পৰে প্ৰাণ ॥
হেন যদি বচন শুনিলা মুষিকৰ।
ৰোমশ মাৰ্জ্জাৰে পাচে দিলেক উত্তৰ ॥ ৩০৮৪৩
দেখা মই বন্দী হৈয়া আছোহো পাশত।
মৰণ আসিয়া মোৰ মিলিল নিকট ॥
পাশ ছেদি মুক্ত তুমি কৰিয়ো আমাক।
ৰাখিবো তোমাক আৰে কৈলো সত্যবাক ॥৩০৮৪৪
জানিলো মোহোৰ বিধি ভৈল সুপ্ৰসন্ন।
হেন কালে তোমাক পাইলোহো দৰিশন ॥
এতিক্ষণে তুমি সমে কৰিলো মিত্ৰতা।
ৰাখিবো তোমাক কিছো নকৰিবা চিন্তা ॥৩০৮৪৫
মুষিকে বোলয় তযু বাক্যে নাহি ভয়।
কিন্তু এক খানি মোৰ মনত সংশয় ॥
তুমিতো মাৰ্জ্জাৰ ভৈলা আমিতো মুষিক।
পূৰ্ব হন্তে জানো তুমি আমাৰ ভক্ষক ॥ ৩০৮৪৬
হেন শুনি মাৰ্জ্জাৰে বুলিলা তাঙ্ক চাই।
মিত্ৰদ্ৰোহ সম পাপ ত্ৰিভুৱনে নাই ॥
যদি মই তোমাসাৰ চিন্তোহো যে মাৰ।
সত্য কৰি মই হেৰা কৰো অঙ্গীকাৰ ॥ ৩০৮৪৭
যদি তোমাসাৰ মই চিন্তোহো অপায়।
এহি মিত্ৰদ্ৰোহ পাপে তেবে মোক পায় ॥
হেন যদি বাক্যচয় শুনি মাৰ্জ্জাৰৰ।
পলিত মুষিক পাচে চাপিল ওচৰ ॥ ৩০৮৪৮
সম্বোধি বোলয় মিত্ৰ কৰা অৱধান।
ইটো পাশ ছেদি তযু ৰাখিবো পৰাণ ॥
দেখা মোৰ ভয় আসি ভৈল উপসন্ন।
মোৰ ভয় কৰা দূৰ পশিলো শৰণ ॥ ৩০৮৪৯
মুষিকৰ শুনি হেন স্বৰূপ বচন।
হৰ্ষযুক্ত হৈয়া পাচে কৰিলা পূজন ॥

এহিমতে পূজা কৰি বোলে প্ৰিয় বাণী।
ভৈলো প্ৰীতি সখি তোমাসাৰ ভাব জানি ॥৩০৮৫০
শীঘ্ৰ কৰি সখি তুমি আসা মোৰ কোলে।
তোমাৰ আপদ তৰিবাহা অবিকলে ॥
প্ৰাণসম সখি তুমি আসিলা যেখনে।
জানিলো কল্যাণ মোৰ মিলিল এখনে ॥ ৩০৮৫১
যদি মই বন্ধনৰ ভৈলোহো মুকুত।
তব কাৰ্য্য সাধিবাক হৈবোহো শকত ॥
তোমাসাৰ প্ৰীতিক সাধিয়ো ভাল কৰি।
শীঘ্ৰে মুক্ত কৰা মোক বিলম্ব নকৰি ॥ ৩০৮৫২
এহিৰূপে মাৰ্জ্জাৰে বুলিলে অসংখ্যাত।
তাহাৰ বাক্যত গৈলা মুষিক সঞ্জাত ॥
হেন শুনি মুষিকৰ ভৈল ৰঙ্গমন।
মাৰ্জ্জাৰৰ ক্ৰোড়ে চৰি কৰিলা শয়ন ॥ ৩০৮৫৩
পিতৃৰ কোলাত যেন থাকয় তনয়।
ৰোমশৰ কোলাত পলিত সেহি নয় ॥
পলিতে লৈলেক মাৰ্জ্জাৰৰ কোলে বাস।
নকুল উলুক দুই ভৈলেক নৈৰাশ ॥ ৩০৮৫৪
পাচে জ্ঞানৱন্ত সিটো পলিত মুষিক।
লাসে লাসে কুটিবেক লাগিল পাশক ॥
দেখয় মাৰ্জ্জাৰে পাশ কুটে ধীৰে ধীৰ।
হেনৰূপে কেনে মুক্ত হৈবো বন্ধনৰ ॥ ৩০৮৫৫
হেন দেখি পলিতক বুলিল বচন।
লাসে লাসে পাশ তুমি ছেদা কি কাৰণ ॥
পৰম সুহৃদ দেখো তুমি সি আমাৰ।
কি কাৰণে কৰা তুমি এতেক নিকাৰ ॥ ৩০৮৫৬
নতু কিবা অৱজ্ঞা কৰিয়া আছা মনে।
নতু মুক্ত হোন্তে ব্যাধে পাইবেক এখনে ॥
শীঘ্ৰ কৰি বন্ধনৰ কৰাহা মোচন।
এবেসে মোহোৰ ৰক্ষা পৰয় জীৱন ॥ ৩০৮৫৭

এহি কথা বুলি সিটো মৌন হুয়া ৰৈলা।
পুনৰপি মূষিকেয়ো বুলিবাক লৈলা ॥
শুন ওৰে অবোধ মোহোৰ হিত বাণী।
ভয়ত থাকিয়া বোলা কালক নজানি ॥ ৩০৮৫৮
যাতো মই কালক জানোহো ভালমতে।
অকালত মুক্ত মই কৰিবো কিমতে ॥
অকালত কৰ্ম্ম যিটো কৰে আৰম্ভণ।
অৱশ্যে তাহাত বিঘ্নি হোৱে উতপন্ন ॥ ৩০৮৫৯
সেহি কৰ্ম্ম কালত যদ্যপি আৰম্ভয়।
সেহিটো কৰ্ম্মত ফল সমাজ্ঞা লভয় ॥
অকালত যদি মুক্ত কৰো বন্ধনৰ।
তাত হস্তে কিবা ভয় জন্ময় মোহোৰ ॥৩০৮৬০
এতেকে কালক তুমি থাকা বাট চাই।
শীঘ্র কৰিবাৰ জানা কিছো কাৰ্য্য নাই ॥
যেতিক্ষণে চণ্ডাল আসয় বেগ কৰি।
ধৰিবাক ইচ্ছায়ে হাতত অস্ত্র ধৰি ॥ ৩০৮৬১
হেনৰূপে মই তাক দেখো যেতিক্ষণে।
তোমাৰ বন্ধন মুক্ত কৰিবো তেখনে ॥
কম্পমান হৈবা তুমি তাহাৰ ভয়ত।
বন্ধমুক্ত হৈয়া তুমি চৰিবা বৃক্ষত ॥ ৩০৮৬২
তেবে ভয় মোহোৰ নহৈব তোমাসাত।
প্ৰৱেশ কৰিবো ৰঙ্গে মোহোৰ গৰ্ত্তত।
জানা ধৰ্ম্মৰাজ তুমি পাণ্ডুৰ নন্দন।
মাৰ্জ্জাৰে শুনিলা যদি হেনয় বচন ॥ ৩০৮৬৩
চিৰকাল দেখো তাৰ ভয়ে কাম্পে বুক।
পলিতক শুনাই হেন বাক্য বুলিলেক ॥
জানা সখি তুমি দেখো কৰা চিৰকাল।
মিত্রৰ কাৰ্য্যত ইটো কথা নোহে ভাল ॥ ৩০৮৬৪
সংসাৰত যতেক আছয় সাধুজন।
ভয় নতোহস্তে জানা কৰয় ৰক্ষণ ॥
তুমি মহা জ্ঞানৱন্ত বুদ্ধিত সুজান।
শীঘ্রে যত্ন কৰা হোক দুহানো কল্যাণ ॥ ৩০৮৬৫
কিবা পূৰ্বৱৈৰী বুলি স্মৰি আছা মনে।
আত্মক্ষয় হৈল কিম্বা জানিছা আপুনে ॥
আৰ নুবুজিলো মই কিছো প্ৰয়োজন।
কিবা হেতু তুমি কাল কৰিছা ক্ষেপণ ॥ ৩০৮৬৬
তোমাক অজ্ঞানী কিবা কৰি আছো দোষ।
কৰোহো কাতৰ মিত্র হুয়োক সন্তোষ ॥
মাৰ্জ্জাৰৰ যদি হেন শুনিলেক বাণী।
বুলিল পলিতে পাচে তাৰ মন জানি ॥ ৩০৮৬৭
শুনা যুধিষ্ঠিৰ মই কহো স্বৰূপত।
মহা জ্ঞানৱন্ত নৃপ পৰম পণ্ডিত ॥
বুদ্ধিত চতুৰ সবে শাস্ত্ৰত পাৰ্গত।
মাৰ্জ্জাৰক শুনাই পাচে বচন বোলন্ত ॥ ৩০৮৬৮
মূষিকে বোলয় মিত্র কথা শুনিয়োক।
ভালমতে জানোহো তোমাৰ স্বভাৱক ॥
মোহোৰ স্বভাব তুমি জানা ভালমতে।
যদি মিত্র হীনজনে কৰে বলৱন্তে ॥ ৩০৮৬৯
তাতহস্তে আপুনাৰ নৰাখি জীৱন।
জানিবা কৰিলা সিটো অপথ্য ভোজন ॥
একবিধ মিত্রে আছে শুনিয়ো লক্ষণ।
মনে ভাবি বোলে কৰি মিত্র কোন জন ॥৩০৮৭০
কাৰ কোন সুহৃদ বান্ধৱ কেৱ কাৰ।
অৰ্থেসে অনৰ্থ বন্ধু কৰে সাৰে সাৰ ॥
যেহেন হস্তীয়ে বনে হস্তীক ধৰয়।
সেহিমতে শত্ৰুগণে মিত্রক মাৰয় ॥ ৩০৮৭১
কাৰ্য্য বুজি যিটো জনে কাৰ্য্য নকৰয়।
আপুনাক সিজনে ৰাখিবে নপাৰয় ॥
এহি হেতু কাৰ্য্য কৰিবেক কাল চাই।
তেহে কাৰ্য্যসিদ্ধি হোৱে প্ৰাণ ৰক্ষা যায় ॥৩০৮৭২

এতেকতে হোক আসি ৰজনী প্ৰসন্ন।
চণ্ডালক দেখি তুমি হৈবা কম্পমান ॥
সকলো তন্তুক মই কুটিলোহো বলে।
কিন্তু এক গাছি মাত্ৰ ৰাখিবোহো গলে ॥৩০৮৭৩
চণ্ডালক দেখি পাচে ছেদিবো তাহাক।
তেবে ভয়ে আৰোহিবা বৃক্ষৰ শাখাক ॥
এতেকতে মিত্ৰ তুমি নকৰিবা ভয়।
নিশ্চয় কহিলো দুইৰো নাহিকে সংশয় ॥ ৩০৮৭৪
ভীষ্মে বোলে শুনা ৰাজা কুন্তীৰ নন্দন।
এহিমতে আপদত পৰি দুয়োজন ॥
সম্বাদত থাকোতে ৰজনী ভৈলা ক্ষয়।
পাচে যেন ভৈল কথা শুনা মহাশয় ॥ ৩০৮৭৫
প্ৰভাত সময়ে পাচে পৰিঘ চণ্ডাল।
দেখিতে বিকৃত আতি ঘোৰবৰ্ণ কাল ॥
স্থূলন্তৰ কায় তাৰ জানু জঙ্ঘা চুটি।
ভয়ঙ্কৰ পেটগোট যেন যায় লুটি ॥ ৩০৮৭৬
আতি স্থূলন্তৰ হ্ৰস্ব বাহু দুইখান।
স্থূল যে আঙ্গুলিচয় দেখিতে কুঠান ॥
বহল বিকৃত মুখ উচ্চকৰ্ণ দুই।
জুটুলা জুটুলি চুলি আছে থিয় হুই ॥ ৩০৮৭৭
লাঙ্গলৰ ঈহ যেন দুই পাৰি দন্ত।
মউবাহ সম ওষ্ঠ ওলমি আছন্ত ॥
তাম্ৰ সম বৰ্ণ ডাড়ি দেখিতে কুৰূপ।
ভেঙ্গুৰা নাসিকা ৰন্ধ্ৰ যেন অন্ধকূপ ॥ ৩০৮৭৮
ঢেলা দুই চক্ষু তাৰ দেখি উপৰত।
হেন ৰূপ মাৰ্জ্জাৰে দেখিলে বিদুৰত ॥
হাতে অস্ত্ৰ ধৰি শীঘ্ৰবেগে আসে যায়।
মাৰ্জ্জাৰে দেখয় আসে যমদূত প্ৰায় ॥ ৩০৮৭৯
হেন দেখি ৰোমশৰ ধাতু গৈল উৰি।
চক্ষু বলাই সঘনে চাহন্ত ফিৰি ফিৰি ॥
ভয়গ্ৰস্ত হুয়া সিটো কম্পিবাক লৈলা।
মুষিকক চাই হেন বুলিবে লাগিলা ॥ ৩০৮৮০
দেখিয়ো আসিয়া হেৰা মিলিল চণ্ডাল।
জানিলো মিলিল মোৰ মৰণৰ কাল ॥
চণ্ডালক দেখি পাচে উলুক নকুল।
আশাহত হুয়া দুয়ো নিবৰ্ত্তিয়া গৈল ॥ ৩০৮৮১
পলিত মুষিক পাচে হেন সময়ত।
পাশক ছেদিয়া গৈয়া পশিল গৰ্ত্তত ॥
যেতিক্ষণে পাশ ছেদি আণ্টাইলা গলৰ।
মাৰ্জ্জাৰো চৰিলা গৈয়া বৃক্ষৰ উপৰ ॥ ৩০৮৮২
চণ্ডাল আসিয়া শুদা ফান্দক দেখিল।
ৰণ্ডভণ্ড কৰি কুটি সুসাঙ্গ কৰিল ॥
চপায়া কোঞ্চায়া লৈয়া চলিল গৃহক।
নপাতো ইথানে ফান্দ হেন বুলিলেক ॥ ৩০৮৮৩
দেখয় চণ্ডাল যেবে নিবৰ্ত্তিয়া গৈল।
বৃক্ষ থাকি বিৰালেয়ো বুলিবে লাগিল ॥
ৰোমশ বদতি শুনা মোৰ প্ৰাণ সখি।
স্নেহে মোৰ পোৰে বুক তোমাক নেদেখি ॥৩০৮৮৪
জনম অবধি দুইৰো আছিল শত্ৰুতা।
আপদে পৰিয়া কৰিলোহো প্ৰাণমিতা ॥
তোমাৰ প্ৰসাদে মোৰ ৰহিল জীবন।
গৰ্ত্ত হন্তে আসা দুয়ো কৰো সম্ভাষণ ॥ ৩০৮৮৫
কৰিলা বিশ্বাস মোত দিলা প্ৰাণ দান।
আপদ গৈলেক কেনে নেদা সন্নিধান ॥
পূৰ্ব্বে মিত্ৰ কৰিয়া নকৰে অনুষ্ঠান।
নাহিকে দুৰ্ম্মতি জানা তাহাৰ সমান ॥ ৩০৮৮৬
আপদে পৰয় সিটো পৰম দুৰ্ম্মতি।
চোৱা মন কৰি মোৰ বচন যুগুতি ॥
আসা প্ৰাণমিত্ৰ মই কৰি আছো আশ।
গলত বান্ধিয়া মই কৰিবো আশ্বাস ॥ ৩০৮৮৭

মোৰ মিত্ৰ বান্ধৱ আছয় যত জন।
সবে আসি তোমাসাক কৰিবে পূজন ॥
গুৰুক পূজয় শিষ্যগণ যেনভাৱে।
তোমাক পূজিবে মিত্ৰ সেহিসে স্বভাৱে ॥ ৩০৮৮৮
যিটোজনে সঙ্কটত ৰাখয় জীৱন।
তাক নুপূজয় যিটো সেহি মূঢ়জন ॥
মোহোৰ ঈশ্বৰ তুমি মানিছো সম্প্ৰতি।
গৃহে যত আছয় সবাৰো অধিপতি ॥ ৩০৮৮৯
এতিক্ষণে সপি দিলো তোমাৰ চৰণে।
মোহোক শাসন কৰিবাহা সৰ্বক্ষণে ॥
মন্ত্ৰী হুই পিতৃ যেন শিখাৱে পুত্ৰক।
সেহিমতে জ্ঞান তুমি দিবাহা আমাক ॥ ৩০৮৯০
বুদ্ধিত স্বৰূপে তুমি শুক্ৰৰ সমান।
মই বৰ বলৱন্ত জানা বিদ্যমান ॥
তুমি আমি দুয়ো যদি ভৈলো এক থান।
তেবেসে দেখোক লোকে বলৰ প্ৰমাণ ॥ ৩০৮৯১
কাতোহন্তে আমাসাৰ নুপজিব ভয়।
তুমি আমি সৰ্বকালে লভিবো বিজয় ॥
হেন শান্ত বাক্য যদি মাৰ্জ্জাৰে বুলিল।
পলিত মূষিকে তাক শুনিয়া আছিল ॥ ৩০৮৯২
আপুনাৰ হিত বাক্য মনত ভাবিয়া।
বুলিবে লাগিল পাচে তাহাক শুনায়া ॥
মূষিক বদতি তোৰ কথা আছো শুনি।
মই কিছো কহো কথা শুনাহা আপুনি ॥ ৩০৮৯৩
শত্ৰু মিত্ৰ দুহানক চিনন নযায়।
আতি সূক্ষ্ম কথা ইটো শাস্ত্ৰ সম্প্ৰদায় ॥
ৰাগে লোভে থাকি শত্ৰু হোৱয় মিত্ৰতা।
সেহিসে নিমিত্তে মাত্ৰ কৰয় শত্ৰুতা ॥ ৩০৮৯৪
শত্ৰু মিত্ৰ ভিন্ন কৰি পূৰ্বে বিধাতাই।
দুই গোটা জাতি কৰি স্ৰজিয়া আছয় ॥
কাৰ্য্যৰ নিমিত্তে সব জন্তুৰ মধ্যত।
শত্ৰু মিত্ৰ ভাব জানা হোৱে স্বভাৱত ॥ ৩০৮৯৫
যাহাৰ মৰণে জানা হৰ্ষ মনে পায়।
তাকে শত্ৰু বুলিয়া জানিবা সৰ্বদায় ॥
যিটো মোক কৰে আৰ মৰিবাৰ দেখি।
মিত্ৰৰ মধ্যত সেহিগুটি মাত্ৰ লেখি ॥ ৩০৮৯৬
সৰ্বত্ৰে নথাকে শত্ৰু মিত্ৰ একে ভাৱে।
অৰ্থহেতু শত্ৰু মিত্ৰ হোৱয় স্বভাৱে ॥
কাৰ্য্যক নুবুজি যিটো কৰয় বিশ্বাস।
সেহি হেতু জানা সিটো হয় সৰ্বনাশ ॥ ৩০৮৯৭
শত্ৰুত মিত্ৰত যিটো নকৰি জিজ্ঞাস।
কৰে শুভকাৰ্য্য সিয়ো হোৱে সৰ্বনাশ ॥
মিত্ৰ কৰি শত্ৰুক কৰিবে লাগে নাশ।
কহিলো তোমাত ইটো পৰম বিশ্বাস ॥ ৩০৮৯৮
অবিশ্বাসী ভৈলে তাত নকৰি বিশ্বাস।
বিশ্বাসী জনত আতি নকৰিব আশ ॥
আতহন্তে জানিবা মিলয় মহাকষ্ট।
পাচে সেহিজন সমূলঞ্চে যায় নষ্ট ॥ ৩০৮৯৯
পিতৃ মাতৃ সুত বন্ধু বান্ধৱ যতেক।
ভাগিন মাতুল আন এসম্বো অনেক ॥
কাৰ্য্য নুবুজিয়া যদি বিশ্বাস কৰয়।
এসম্বাত হন্তেয়ো লভয় মহাভয় ॥ ৩০৯০০
অবিশ্বাসী পুত্ৰ পিতৃ-মাতৃয়ে তেজয়।
তথাপিতো আপুনাক সদায়ে ৰাখয় ॥
এতেকে চঞ্চল বুদ্ধি দেখোহো তোমাৰ।
ফান্দে পৰি আপুনাৰ চিন্তিলাহা মাৰ ॥ ৩০৯০১
তুমি যত মধুৰ বুলিয়া আছা বাণী।
বোলাহা আলাপ কৰো আসিয়ো আপুনি ॥
এহিটো সকলে মিছা জানি আছো আমি।
বাহুল্য কৰিয়া কহো শুনিয়ো আপুনি ॥ ৩০৯০২

কাৰ্য্য কাৰণত থাকি হোৱে শত্ৰু মিত্ৰ।
কহিলো তোমাত আক নমানিবা চিত্ৰ ॥
অৰ্থৰ নিমিত্তে প্ৰীতি জানিবা সবাৰ।
স্বৰূপত প্ৰিয় কেহো নুহিকে কাহাৰ ॥ ৩০৯০৩
সহোদৰ ভ্ৰাতৃচয় ভাৰ্য্যা স্বামী যত।
আসম্বাৰ প্ৰীতি জানা হোৱে স্বভাৱত ॥
ক্ৰোধত অপ্ৰীতি আসি মিলয় যদ্যপি।
কাৰ্য্যবশে প্ৰীতিযুক্ত হোৱে পুনৰপি ॥ ৩০৯০৪
এতেকতে সখি তুমি ভাবি চোৱা মন।
তোমাৰ আমাৰ নাই প্ৰীতিৰ কাৰণ ॥
দানৰ আশায়ে প্ৰীতি হোৱে কত নৰ।
প্ৰিয়বাক্য শুনি প্ৰীতি হোৱয় অপৰ ॥ ৩০৯০৫
মন্ত্ৰ হোম জপে প্ৰীতি হোৱে দেৱগণ।
তোমাৰ আমাৰ কিছো নেদেখো কাৰণ ॥
উভয়ৰ বিপদ ভৈলেক যি বেলাত।
তেতিক্ষণে প্ৰীতি আমি কৰিলো সাক্ষাত ॥৩০৯০৬
এহি হেতু আপদত ভৈলোহো উদ্ধাৰ।
সেহি প্ৰীতি মনে কিবা আছয় তোমাৰ ॥
সেহি প্ৰীতি আমাসাৰ গৈল নিৱৰ্ত্তন।
এখনে প্ৰীতিৰ দেখো নাহি প্ৰয়োজন ॥ ৩০৯০৭
মহা জ্ঞানৱন্ত মই পৰম পণ্ডিত।
এতেকে প্ৰীতিৰ মই নেদেখো উচিত ॥
যিবা হেতু এখনে প্ৰীতিক কৰা তুমি।
তাক ভালমতে হেৰা জানি আছো আমি ॥ ৩০৯০৮
জানিছো উদৰে তোৰ লাগি আছে ভোক।
সেহিসে কাৰণে প্ৰীতি বুলিছাহা মোক ॥
কালেসে ঘটাৱে কাৰ্য্য কালে নষ্ট কৰে।
এতেক বুজিয়া কাৰ্য্য জ্ঞানীয়ে আচৰে ॥ ৩০৯০৯
এতেক নকহা মোত মনেয়ো নমানো।
আত্মকাৰ্য্যে জ্ঞানী তুমি ভালমতে জানো ॥
অকালত দেখো কৰা স্নেহ আতিশয়।
অনুমান সিটো কথা জানি আছো মই ॥ ৩০৯১০
ইথানৰ হন্তে নযাইবোহো একোৰূপ।
মোক খাইবে প্ৰতি কৰি আছা চাপচুপ ॥
চপল জনৰ সদা মিত্ৰ নথাকয়।
ক্ষণে মিত্ৰ দেখে ক্ষণে দেখে শত্ৰুময় ॥ ৩০৯১১
ক্ষণে ক্ষণে মেঘে যেনে ধৰে নানা বৰ্ণ।
চপল জনৰ জানা সিমত লক্ষণ ॥
শাশ্বতিক বৈৰ তুমি আমাৰ সম্প্ৰতি।
আপদত পৰি দুয়ো ভৈলো মিত্ৰৱতী ॥ ৩০৯১২
যেতিক্ষণে মুক্ত ভৈলো আপদত হন্তে।
ভৈল শত্ৰুভাৱ আসি জানা পূৰ্ব্বৱতে ॥
যদি নীতিশাস্ত্ৰ তুমি জানাহা আপুনি।
তেবে কেনে পাশে বন্দী ভৈলা কেন গুণি ॥৩০৯১৩
মোৰ বীৰ্য্যে থাকি তুমি ভৈলাহা মুকুত।
ময়ো মুক্ত ভৈলো জানা তোমাৰ বীৰ্য্যত ॥
ভৈলো মুক্ত দুয়োজন দুৰ্ঘোৰ আপদে।
এখনে থাকিবে লাগে দুয়ো অপ্ৰমাদে ॥ ৩০৯১৪
এখনে প্ৰীতিক মোত কৰা কোন কাজে।
আন হেতু নেদেখোহো ভোজনত বাজে ॥
আমি অন্ন তুমি সদা কৰাহা ভোজন।
মহা বলৱন্ত তুমি আমি বলহীন ॥ ৩০৯১৫
বন্ধনত মুক্ত হুই চৰিলা বৃক্ষত।
জানিলো তোমাৰ ভোক ভৈল উদৰত ॥
এহি হেতু প্ৰীতি মোক কৰাহা সাদৰি।
উপায়ে মোহোক নিয়া খাবা ৰঙ্গ কৰি ॥ ৩০৯১৬
এহিসে তোমাৰ চিত্ত পালো অনুমানে।
নকৰিবো প্ৰীতি নযাইবোহো সিটো স্থানে ॥
আৰো যিটো মোৰ আগে বচন বুলিলা।
যত ভাৰ্য্যা পুত্ৰ আছে মোত সমৰ্পিলা ॥ ৩০৯১৭

শুনিয়োক কহিবো তোমাৰ অভিপ্ৰায়।
বন্ধনে আছিলা এভো ভোকে প্ৰাণ যায় ॥
এতেকে মোহোক তুমি কৰাহা বিচাৰ।
জানিলো সকলে ধৰি কৰিবা আহাৰ ॥ ৩০৯১৮
জীয়ন্তা জনক দ্ৰব্য লাগে যত নই।
তথু আগে মৰো যদি কি কৰিবো মই ॥
এতেকে ইসব তুমি নপাতা জঞ্জাল।
বৃক্ষত থাকন্তে আসি পাইবেক চণ্ডাল ॥ ৩০৯১৯
পলিতৰ হেন বাক্য কৰি অৱধান।
ভয়ত মাৰ্জ্জাৰ আতি ভৈল কম্পমান ॥
চণ্ডালক ডৰে সিটো অন্য স্থানে গৈলা।
পলিতেয়ো পাচে সিটো গৰ্ত্তক এৰিলা ॥ ৩০৯২০
শুনা যুধিষ্ঠিৰ মোৰ কথা যথোচিত।
যদিবা দুৰ্বল হোৱে হৈব বুদ্ধিমন্ত ॥
পলিততে লৈয়ো ইটো কথাৰ প্ৰমাণ।
বুদ্ধি জ্ঞানে সবে কৈলা শত্ৰুক নিৰ্য্যাণ ॥৩০৯২১
এহিমতে দুৰ্বল নৃপতি যত যত।
নীতিত পাৰ্গত হৈব হৈব বুদ্ধিমন্ত ॥
যদি কোনো নৃপতি পৰয় আপদত।
এহিটো সম্বাদ স্মৰিবেক হৃদয়ত ॥ ৩০৯২২
এহিৰূপে বিশ্বাস কৰিবে কাল চাই।
তেবেতো তাহাক জানা বিপদে নপায় ॥
ভীষ্মে বোলে শুনা যুধিষ্ঠিৰ নৰপতি।
কহিবো সাৰাংশ কথা আত দিয়া মতি ॥ ৩০৯২৩
ব্ৰাহ্মণে সহিতে সদা কৰিবা গমন।
তেবেতো তোমাৰ জানা হুইবেক শোভন ॥
যিটো ৰাজা ব্ৰাহ্মণক কৰে সনমান।
ইহ পৰলোকে তাৰ মিলয় কল্যাণ ॥ ৩০৯২৪
দেখাহা ব্ৰাহ্মণ সবে ধৰ্ম্মক জানয়।
সত্য বিনে অসত্যত বুদ্ধি নলৱয় ॥
এতেকে বিপ্ৰক তুমি পূজিবা সতত।
নিশ্চয় তোমাৰ শুভ হুইবে প্ৰতিনিত ॥ ৩০৯২৫
ব্ৰাহ্মণত ভক্তি তুমি সদায়ে নেৰিবা।
প্ৰজাৰো কল্যাণ যশ কীৰ্ত্তিকো লভিবা ॥
শুনা সৰ্বজন ইটো ভাৰত চৰিত্ৰ।
ৰাজনীতি কথা ইটো পৰম পৱিত্ৰ ॥ ৩০৯২৬
কৃপাময় কৃষ্ণে হিত চিন্তিয়া ৰাজাৰ।
ভীষ্ম মুখে নীতিচয় কৰিলা প্ৰচাৰ ॥
হেন জানি যতনে শুনিয়ো জ্ঞানীচয়।
ইহাৰ শ্ৰৱণে জানা পুণ্যক সাঞ্চয় ॥ ৩০৯২৭
কৃষ্ণ তুষ্ট হুয়া তাক লোৱে দাস কৰি।
যাহাৰ স্মৰণে যম যাতনাক তৰি।
দ্বিজ লক্ষ্মীনাথে কহে ইসে তত্ত্বসাৰ।
ৰাম কৃষ্ণ বুলি তৰা দুৰ্ঘোৰ সংসাৰ ॥ ৩০৯২৮

---

ব্ৰহ্মদত্ত আৰু চটকপক্ষীৰ বৃত্তান্ত কথন

ছবি

যুধিষ্ঠিৰ নিগদতি শুনিয়োক মহামতি
কৈলা মোত যত নীতিচয়।
নীতি শাস্ত্ৰ যথোচিত কৈলা মোত সমুচিত
তথাপিতো লাগিল সংশয় ॥
শত্ৰু মিত্ৰ উভয়ত যদিবা সঞ্জাত নাই
শত্ৰুক চিনিবা ভালমতে।
এহিটো সংশয় মোৰ গুচায়োক পিতামহ
শুনিবে আনন্দ মোৰ চিত্তে ॥ ৩০৯২৯
যুধিষ্ঠিৰ হেন বাণী শুনি ভীষ্ম মহামানী
মনে গুণি বুলিলা বচন।
তোমাৰ আগত এথা কহো পুৰাতন কথা
শুনা নীতি কুন্তীৰ নন্দন ॥

ব্ৰহ্মদত্ত নামে এক পূৰ্বে ৰাজা আছিলেক
মনোহৰ কাম্পিল্য নগৰে।
চটক পূজনী নামে পুষিছিল নৃপবৰে
আনন্দে আছিল অভ্যন্তৰে ॥ ৩০৯৩০
ভূত ভবিষ্যত সিটো সমস্তে জানয় কথা
আন্তি জ্ঞানবন্ত পক্ষীবৰ।
সমস্তে জানয় ধৰ্ম্ম শাস্ত্ৰৰো জানয় মৰ্ম্ম
বাক্য বুজে সমস্ত জীৱৰ ॥
পাচে আত অনন্তৰ শুনিয়োক নৃপবৰ
যেন কথা ভৈলা দুহান্তৰ।
একদণ্ডে একক্ষণে চটকৰো পুত্ৰ এক
এক পুত্ৰ ভৈল মহিষীৰ ॥ ৩০৯৩১
পুত্ৰৰ নিমিত্তে পক্ষী সমুদ্ৰৰ পাৰে গৈয়া
দিব্যফল দুতয় আনিয়া।
অমৃত সমান ফল যাক খালে বাঢ়ে বল
ৰঙ্গে দুয়ো তনয়ক দিয়া ॥
এহি মতে প্ৰতিদিনে ভুঞ্জাৱয় ৰঙ্গমনে
আনিয়া চটকে দিয়া আছে।
জন্মিলেক যেন কষ্ট শুনিয়োক নৰশ্ৰেষ্ঠ
যেন কথা ভৈল আত পাচে ॥ ৩০৯৩২
আৰো একদিনা পক্ষী সমুদ্ৰৰ পাৰে গৈয়া
সেহি ফল আনিবাক প্ৰতি।
ৰাজাৰ কুমাৰে পাচে ধাইৰ কোলাত চৰি
পক্ষীৰ আলয়ে ভৈল থিতি ॥
দেখি পক্ষী শিশুগুটি কোলাৰ নামিয়া পাচে
ধাত্ৰীৰ বচনে চলি গৈলা।
পক্ষী-শিশু সমে দুয়ো পৰম আনন্দ মনে
সেহি স্থানে ক্ৰীড়িবাক লৈলা ॥ ৩০৯৩৩
পক্ষীৰ শিশুৰ সিটো ফলকো লৈলেক কাঢ়ি
দেখি তাৰ ক্ৰোধ জ্বলি গৈলা।
ৰাজ-তনয়ক পাচে নখে ঠোঁটে তাৰিলেক
ৰাজসুতে বৰ পীড়া পাইলা ॥
কোপে শিশু চটকক ছল পাই ধৰিলেক
মাৰি তাক পঠালা যমক।
তাহাক মাৰিয়া বলে চৰিলা ধাত্ৰীৰ কোলে
সেহি স্থানে তম্ভি ৰহিলেক ॥ ৩০৯৩৪
হেন সময়ত আসি পক্ষী ফল লৈয়া পালে
দেখে মৰি আছয় তনয়।
কিনো ভৈল বিপৰীত মৰি পৰি আছে মৃত
তাক দেখি পূজনী কান্দয় ॥
শুনিয়োক সৰ্বলোক আশ্ৰমৰ হেন শোক
আক এৰি ভজা নাৰায়ণ।
দ্বিজ লক্ষ্মীনাথে কয় বিষয়েসে বিষময়
ৰাম বুলি থিৰ কৰা মন ॥ ৩০৯৩৫

---

পুত্ৰশোকত পক্ষীৰ বিলাপ

পক্ষী নিগদতি বিধি মোক দিলা শোক
কিবা হেতু মোক বঞ্চিলাহা হৰি হৰি।
তনয়ক পালো কৰি শ্ৰম ফুটে মৰ্ম্ম
হা হা প্ৰাণ-পুত্ৰ! কেনে গৈলি মোক এৰি ॥
ৰাজপুত্ৰ তোৰ যম ভৈল মাৰি থৈলা
জানো ক্ষত্ৰিয়ৰ কিছোতে সন্তাত নাই।
তোহোৰ বিৰহে দহে প্ৰাণ নপাওঁ জ্ঞান
হেৰা যম কেনে নেনি আছা মোক চাই ॥ ৩০৯৩৬
মই নিদাৰুণী জীওঁ কেনে অকাৰণে
জীয়াই থাকিবো কাহাৰ দেখিয়া মুখ।
নিদাৰুণ যম গৈলি কোথা আসি এথা
মোহোক মাৰিয়ো খণ্ডোক মোহোৰ দুখ ॥
দুখ নমানিয়া সমুদ্ৰৰ হওঁ পাৰ
দিনে দিনে ফল আনো কৰি ৰঙ্গমনে।
দুয়ো তনয়ক দেওঁ আনি মনে জানি
আক খায়া বৃদ্ধি হোৱা জানো দুয়োজনে ॥ ৩০৯৩৭
ইটো আশা মোৰ ভৈল ছেদ ভৈলা খেদ
ইটো ফলগুটি ভুঞ্জাইবো মই কাহাক।

আজি প্ৰাণপুত্ৰ গৈলি কৈক মোক থই
মুখ চায়া কেনে নোবোলাহা প্ৰিয় বাক।
এহি বুলি কান্দি ৰৈলা পক্ষী দুয়ো আখি
লোতকে ভেণ্টিল নেদেখয় দিশপাশ।
দ্বিজ লক্ষ্মীনাথে এহি ভণে সৰ্ব্বজনে।
ৰাম হৰি বোলা পূৰ্ণ হৌক মন আশ ॥ ৩০৯৩৮

পদ

এহি মতে কান্দি পাচে পক্ষী স্থিৰ ভৈল।
ৰাজাৰ পুত্ৰক চাই বুলিবাক লৈল ॥
ক্ষত্ৰিয় জাতিৰ জানা নাহিকে বিশ্বাস।
চল পালে মুহূৰ্ত্তে কৰয় সৰ্ব্বনাশ ॥ ৩০৯৩৯
সকলোৰে দ্ৰব্যক হৰিয়া নেয় বলে।
তভো দণ্ড কৰে দোষ নাহিকে কেৱলে ॥
বিশ্বাসঘাতকী এহি ক্ৰূৰ দুষ্ট চিত্ত।
মইসে ইহাৰ আজি কৰিবো উচিত ॥ ৩০৯৪০
একেলগে জন্ম ধৰি হুয়াছে বৰ্দ্ধিত।
কৰয় ভোজন দুয়োজন প্ৰতিনিত ॥
হুয়াছো শৰণাগত তাসম্বাৰ ঠাই।
তথাপি মৰিলা পুত্ৰ একোকে নচাই ॥ ৩০৯৪১
এহি তিনি বিধ পাপ সিজিল আহাত।
কৰো দণ্ড আত দোষ নাহিকে মোহোত ॥
এহি বুলি পক্ষী পাচে ক্ৰোধত জ্বলিল।
চৰণৰ ঘাৱে দুই চক্ষু বিদাৰিল ॥ ৩০৯৪২
অন্ধ হুয়া ৰাজপুত্ৰ পৰিয়া ৰহিল।
ভয়ত পূজনী পাচে আকাশক গৈল ॥
কুমাৰৰ অৱস্থা দেখিয়া ধাই পাচে।
আথেবেথে লৈয়া গৈল নৃপতিৰ কাছে ॥ ৩০৯৪৩
নৃপতি দেখিল পূজনীৰ হেন কৰ্ম্ম।
পুত্ৰ অন্ধ দেখি সুমৰয় ধৰ্ম্ম ধৰ্ম্ম ॥
আদ্যোপান্ত কথা ধাই কহিল ৰাজাত।
কথা শুনি ৰাজা তাপ কৰয় মনত ॥ ৩০৯৪৪
দেখিয়া পূজনী উৰি গৈল আকাশক।
পক্ষীক সম্বোধি হেন বাক্য বুলিলেক ॥
শুনিয়ো পূজনী আৰে মোহোৰ বচন।
মোক এৰি পূজনী গৈলাহা কি কাৰণ ॥ ৩০৯৪৫
তোমাৰ কৰিলে যেনে পুত্ৰে অপকাৰ।
তুমিয়ো কৰিলা তেনে অৱস্থা পুত্ৰৰ ॥
এতেকে তোমাৰ জানা কিছো শঙ্কা নাই।
পূৰ্ব্ববতে আসিয়া থাকিয়ো মোৰ ঠাই ॥ ৩০৯৪৬
নৃপতিৰ হেন বাক্য শুনিয়া পূজনী।
বুলিবে লাগিল নৃপতিক মনে গুণি ॥
মোৰ আগে ৰাজা তুমি যি কৈলা বচন।
শুনিয়োক কহো মই তাহাৰ কাৰণ ॥ ৩০৯৪৭
এক বাৰ দ্ৰোহ যদি ভৃত্যে আচৰয়।
পুনঃ তাৰ সঙ্গে থাকিবাৰ যোগ্য নয় ॥
যদি তভো তাহান গৃহত কৰে বাসা।
জ্ঞানীগণে ইকথাক নকৰে প্ৰশংসা ॥ ৩০৯৪৮
যদি সিটো অপৰাধ ৰাজায়ে ক্ষময়।
কদাচিতো পেটে তাক ভাল নেদেখয় ॥
নিশ্চয় জানিবা তাৰ নাহিকে কল্যাণ।
ছিদ্ৰ পাইলে জানা তাক কৰয় নিৰ্য্যাণ ॥ ৩০৯৪৯
অন্য অন্যে বৈৰ যদি স্বভাৱে কৰয়।
বৈৰত থাকয় যদি দুয়ো নষ্ট হয় ॥
পুত্ৰ পৌত্ৰ অনুক্ৰমে থাকে বৈৰ ভাৱ।
পৰলোকে বৈৰ যদি থাকে এক ঠাৱ ॥ ৩০৯৫০
বিশ্বাস উচিত নোহে সকলো বৈৰত।
বিশ্বাস কৰিলে সুখ নাহি কদাচিত ॥
বিশ্বাসঘাতকী যিটো হোৱে সৰ্ব্বদায়।
তান ঠাই বিশ্বাস কৰিতে কাৰ্য্য নাই ॥ ৩০৯৫১

অন্যো অন্যে জনে যদি কৰয় বৈৰতা ।
সেহিসে জনৰ পৰে নঘটে মিত্ৰতা ॥
পূৰ্ব্বকালে তয় গৃহে কৰিলো নিবাস ।
এখনে বিস্থুৰ ভৈল মিত্ৰতাৰ আশ ॥ ৩০৯৫২
পূৰ্ব্বে যিটোজনে জানা কৰে অপকাৰ ।
মান্য দিয়া তাক যদি ৰাখে পুনৰ্ব্বাৰ ॥
তথাপি তাহাৰ ৰাজা নপাৱে বিশ্বাস ।
অল্প ছিদ্ৰ ভৈলে জানা মিলে মহাত্ৰাস ॥ ৩০৯৫৩
পূৰ্ব্বে সম্মান দিয়া যদ্যপি ৰক্ষা কৰে ।
পাচত অৱজ্ঞা কৰি মৰ্য্যাদাক হৰে ॥
সেহিসে আথেৰ বাসা এৰয় যিজনে ।
তেবেসে তাহাৰ জানা ৰক্ষা কৰে প্ৰাণে ॥ ৩০৯৫৪
তোমাৰ গৃহত আছিলোহো বহু দিন ।
কাকো নকৰিলো মই কিঞ্চিত হিংসন ॥
দৈৱগতি তুমি সমে ভৈল বৈৰভাৱ ।
ইথানে নাথাকো আৱে যাওঁ অন্য ঠাৱ ॥ ৩০৯৫৫
ব্ৰহ্মদত্ত নিগদতি শুনিয়ো পূজনী ।
যি কহিলা তুমি মোত সবে সত্যবাণী ॥
কিন্তু শুনিয়োক আৱে বচন আমাৰ ।
পূৰ্ব্ব অপকাৰী হুইলে কৰে প্ৰতিকাৰ ॥৩০৯৫৬
ইহাত জানিবা কিঞ্চিতেকো দোষ নাই ।
এতেকে পূজনী আসি থাকা মোৰ ঠাই ॥
নৃপতিৰ বাণী শুনি পূজনী বোলয় ।
তুমি যি কহিলা আত নাহিকে প্ৰত্যয় ॥ ৩০৯৫৭
পৰস্পৰে উভয়ক কৰে প্ৰতিকাৰ ।
দুহান গৰ্ভত দুইকো প্ৰতি ক্ষুৰধাৰ ॥
ৰাজা বোলে শুনা পক্ষী কথা কহো মই ।
বৈৰভাৱ এৰি যদি মিত্ৰতা কৰয় ॥৩০৯৫৮
মিত্ৰ ভৈলে অত্যন্তৰে নথাকে কপট ।
উভয়ৰ মনে পুনু নুপজয় কষ্ট ॥

পক্ষী বোলে ৰাজা তুমি যি বুলিলা বাণী ।
ময়ো কিছো কহো তুমি শুনিযো আপুনি ॥৩০৯৫৯
শত্ৰু ভৈলে মিত্ৰ নঘটয় একো কাল ।
মুখে যদি মিত্ৰ পেটে নেদেখয় ভাল ॥
তাহাত নঘটে জানা কিঞ্চিতো বিশ্বাস ।
বিশ্বাসত হন্তে মোৰ পুত্ৰ ভৈল নাশ ॥ ৩০৯৬০
পুনু ব্ৰহ্মদত্তে বুলিলেক তুলি হাস ।
শত্ৰু ভৈলে কৰে যদি একত্ৰে নিবাস ॥
তথাপি মিলয় স্নেহ দেখোহো সৰ্ব্বথা ।
শ্বপচে* কুকুৰে একেলগে দেখি যথা ॥ ৩০৯৬১
অন্যো অন্যে যদি বা বৈৰক আচৰয় ।
সহনীয় বাক্যে সিয়ো মৃদুতা লভয় ॥
যেন পদ্মপত্ৰে সদা জল নথাকয় ।
সেহিমতে উভয়ৰ কপট গুচয় ॥ ৩০৯৬২
চটকে বোলয় ৰাজা শুনা বিদ্যমান ।
বৈৰ যত উতপন্ন কহো তাৰ থান ॥
পঞ্চবিধ থান আৰ বুজয় পণ্ডিত ।
ভিন্ন ভিন্ন কৰি কহো তোমাৰ আগত ॥ ৩০৯৬৩
স্ত্ৰী গৃহ বাক্য যে সম্পত্তি অপৰাধ ।
বৈৰৰ জানিবা এহিথান পঞ্চ বিধ ॥
ক্ষত্ৰিয়সকলে সিটো বৈৰক মাৰয় ।
তেবেসে তাহাৰ জানা মন সুস্থ হয় ॥ ৩০৯৬৪
শত্ৰুৰ বুজিবা বলাবলৰ জিজ্ঞাস ।
তেবে তাসঘাত জানা কৰিব বিশ্বাস ॥
বৈৰভাৱ সততে থাকয় গুপ্ত হুই ।
যেনমতে কাষ্ঠে গুপ্ত হুয়া থাকে জুই ॥ ৩০৯৬৫
অৰ্থে পুৰুষাৰ্থে শ্ৰুতি শাস্ত্ৰ বাক্যচয় ।
একোৰূপে বৈৰ অগ্নি শান্ত নুহিকয় ॥
দেখা বাড়বাগ্নি শান্ত নোহে সমুদ্ৰত ।
বৈৰ অগ্নিৰ ৰাজা জানা সেহিমত ॥ ৩০৯৬৬



* শ্বপচ—ব্যাধ, চণ্ডাল ।

পূর্ব্বে তোমাসাত মই কৰিছিলো আশ।
জম্মিলেক বৈৰ আত নকৰো বিশ্বাস॥
ব্ৰহ্মদত্তে বোলে শুনা বচন আমাৰ॥
তুমি যি কহিলা ইটো কথা নহে সাৰ॥ ৩০৯৬৭
শক্ৰ মিত্ৰ কৰিবাৰ কাৰো শক্য নাই।
বিধিৰ কৰ্ম্মকো জানা কালেসে ঘটাই॥
কৰে অপৰাধ কোনে কৰিবে শকত।
দেখাহা সংসাৰ জুৰি কালৰ মহত্ব॥ ৩০৯৬৮
শুখান তৃণক যেন অগ্নিয়ে দহয়।
কালে সেহিমতে সংহৰয় প্ৰাণীচয়॥
এতেক পূজনী কিছো তোত দোষ নাই।
কালেসে কৰিলে দুইৰো ইমত বিলাই॥৩০৯৬৯
পূৰ্ব্বে যেনমতে স্নেহ আছিল মোহোত।
সেহিৰূপে নিবাস কৰিয়ো পূৰ্ব্বৰত॥
মোৰ যত দোষ ভৈল ক্ষমা কৰ তই।
তোমাৰো যতেক দোষ ক্ষমিবোহো মই॥ ৩০৯৭০
পক্ষীয়ে বোলন্ত ৰাজা কথা শুনিয়োক।
কাল বলৱন্ত কৰি বুজাইলাহা মোক॥
যদি বা কালক সবে মানয় কাৰণ।
শক্ৰ মিত্ৰ কেনে তেবে যাইবেক চিনন॥৩০৯৭১
পূৰ্ব্বে কেনে বৈৰী ভৈল দেৱাসুৰগণ।
অন্যো অন্যে মৰি গৈল কৰি ঘোৰ ৰণ॥
আৰো বোলা কালে কৰে সবাৰে নিৰ্য্যাণ।
মোৰ মনে আত কিছো নাহিকে প্ৰমাণ॥৩০৯৭২
কালে যদি সুখ দুখ হোৱে ভয়াভয়।
কি কাৰণে বৈদ্যগণে ঔষধ দিয়য়॥
ৰোগীগণে কেনে বৈদ্যে ঔষধ বিচাৰে।
যদি কালবশে জানা সব প্ৰাণী মৰে॥ ৩০৯৭৩
কালক প্ৰমাণ যদি মানা মহাৰায়।
শুভাশুভ কাৰ্য্য জানা কালেসে কৰয়॥
ব্ৰহ্মবধ আদি নৰে পাতক আচৰে।
তাৰতম্য কৰি দেখা নৰ্ক ভোগ কৰে॥৩০৯৭৪
কালেসে কৰায় বুলি বুজালাহা মোক।
বিপ্ৰ বুলিলেয়ো তেবে পাতক নোহোক॥
এতেকে জানিলো মই তোমাৰ কথাক।
ছলবুদ্ধি কৰি বান্ধিলাক চোৰা মোক॥ ৩০৯৭৫
পক্ষীত নেদেখো আন কাৰ্য্য মনুষ্যৰ।
নতুবা পোষণ কৰি পূৰয় উদৰ॥
বধ-বন্ধনত মুক্ত হোৱে প্ৰাণীচয়।
পুনু বধ-বন্ধনক বাঞ্ছা নকৰয়॥ ৩০৯৭৬
সকল প্ৰাণীৰ ভাৰ্য্যা সম নাহি আন।
ভাৰ্য্যাসকলৰ স্বামী পুত্ৰ জানা প্ৰাণ॥
আসম্বাৰ দুখ ভৈলে পাৱৈ শোকচয়।
এতেকে দুখক কেহো বাঞ্ছা নকৰয়॥ ৩০৯৭৭
এতেকে সুখক বাঞ্ছা কৰে সৰ্ব্বকাল।
সৰ্ব্বকালে কেনমতে মোৰ হুইবে ভাল॥
দুখ জৰা মৃত্যু অনিষ্টৰ গৃহে বাস।
আৰো দুখ সততে পৰত কৰে আশ॥ ৩০৯৭৮
আৰো দুখ জানা বন্ধুজন বিয়োগত।
আতি দুখ জানাহা বৈৰৰ বন্ধনত॥
এহি দুখ শৰীৰত যিটো নজানয়।
তাক মহাজন বুলি পণ্ডিতে কহয়॥ ৩০৯৭৯
পৰদুখ নজানিয়া আত্মদুখ জানে।
তাহাকে মুগুধ বুলি কহে প্ৰাজ্ঞগণে॥
যিটো জন পৰে জানা ঘোৰ আপদত।
বাক্য বুলিবাক সিটো নুহিকে শকত॥ ৩০৯৮০
সকলো প্ৰাণীৰ দুখ জানে যিটো জনে॥
তাহাকে সৰ্ব্বজ্ঞ বুলি কহে প্ৰাজ্ঞ জনে॥
মই যিটো অপকাৰ কৰিলো তোমাৰ।
তুমি যিটো শক্ৰবুদ্ধি কৰিলা আমাৰ॥ ৩০৯৮১

শতেক বৎসৰ লাগি নুগুচে মনৰ।
কহিলো তোমাত ইটো কথা নৰেশ্বৰ ॥
পুত্ৰৰ মুখক তুমি সুমৰিয়া মনে।
নবীন নবীন শত্ৰু হুইব ক্ষণে ক্ষণে ॥ ৩০৯৮২
যেন মৃত্তিকাৰ পাত্ৰ ভাগিল পৰায়।
পুনৰপি তাক জানা গঢ়ন নযায় ॥
এহিমতে শত্ৰু সমে নঘটে মিত্ৰতা।
কহিলো নৃপতি ইটো পৰম নিষ্টতা ॥ ৩০৯৮৩
অৰ্থশাস্ত্ৰ জ্ঞানীসবে কহিছে নিশ্চয়।
শত্ৰুত বিশ্বাসে জানা সুখ নঘটয় ॥
পূৰ্ব্বে প্ৰহ্লাদত শুক্ৰে কৰিছে কথন।
বৈৰত বিশ্বাস কৰি মিলয় মৰণ ॥ ৩০৯৮৪
সূক্ষ্ম তৃণে যেন মধুমক্ষিকা মাৰয়।
শত্ৰু সমে বিশ্বাসত হোৱে হেন নয় ॥
কদাচিতো বৈৰ সমে নাহিকে মিত্ৰতা।
দশ যুগ অন্তৰতো নঘটে ইষ্টতা ॥ ৩০৯৮৫
পূৰ্ব্বে অপৰাধ কৰি আছে যিজনৰ।
তাহাতো বিশ্বাস নকৰিবা নৃপবৰ ॥
শিলাত লাগিয়া যেন পূৰ্ণকুম্ভ নষ্ট।
সেহিমতে নৃপতিৰ মিলে মহাকষ্ট ॥ ৩০৯৮৬
ব্ৰহ্মদত্ত বদতি শুনিয়ো মোৰ বাণী।
তুমি যি কহিলা মিছা সকল কাহিনী ॥
বিশ্বাসত হন্তে অৰ্থ হোৱে উপাৰ্জ্জন।
বিশ্বাস হেতুকে চেষ্টা কৰে সৰ্ব্বজন ॥ ৩০৯৮৭
আতি ভয়াতুৰ ভৈলে কাৰ্য্য হোৱে নষ্ট।
মৰণ সমান সেহি জনে পাৱে কষ্ট ॥
আত অনন্তৰে পাচে পক্ষী নিগদতি।
ইহাৰ উত্তৰ কহো শুনিয়ো নৃপতি ॥ ৩০৯৮৮
শত্ৰুভাৱে কদাচিতো লুকাইতে নপাৰি।
ইহাৰ দৃষ্টান্ত কহো শুনা মন কৰি ॥

ব্ৰণ হুই খঞ্জ যাৰ ভৈল পদ দুই।
পূৰ্ব্বৰতে চৰণ চলাইতে নপাৰয় ॥ ৩০৯৮৯
খঞ্জভাৱ গুপ্ত কৰি চলাই চৰণ।
তভো খঞ্জ বুলিয়া চিনয় সৰ্ব্বজন ॥
যি জনৰ চক্ষু বেদনাত ধাতু যায়।
জুৰ কৰিবাক প্ৰতি বতাস লগায় ॥ ৩০৯৯০
নপৰয় জুৰ ধূলি-কুটা মাত্ৰ পৰে।
পূৰ্ব্ব বেদনাত কৰি পীড়া বৰ চৰে ॥
জিজ্ঞাস কৰিয়া যিটো বলৰ দৰ্পত।
অজিজ্ঞাসি গতি কৰে দুৰ্গম বনত ॥ ৩০৯৯১
বল থাকে মানে সিটো চলে শ্ৰম কৰি।
বলহীন ভৈলে পাচে তাতে যায় মৰি ॥
বৃষ্টিক নজানি যদি কৃষিক কৰয়।
শ্ৰম মাত্ৰ পাৱে শস্য কিছো নলভয় ॥ ৩০৯৯২
যিটো ৰোগী অপথ্যক ভোজন কৰয়।
সেহিটো অপথ্যে তাৰ প্ৰাণক মাৰয় ॥
একে পুৰুষাৰ্থে কাৰ্য্য নোহে পুৰুষৰ।
কেৱল দৈৱেয়ো সিদ্ধি নপাৱয় আৰ ॥ ৩০৯৯৩
দৈৱ পুৰুষাৰ্থ দুয়ো যৰঞ্জা সম্প্ৰতি।
দুয়ো যাৰ ভৈল সিটো লভয় সম্পত্তি ॥
দৈৱে যে সিদ্ধিক পাৱে ভাগ্যৱন্তচয়।
ইতৰ জনত জানা হেন নঘটয় ॥ ৩০৯৯৪
আত্মহিত কৰ্ম্ম সদা প্ৰাণী আচৰিব।
যদি তীক্ষ্ণ মৃদু হয় তথাপি কৰিব ॥
আত্মহিত নজানিয়া কৰ্ম্ম নকৰয়।
জানিবা তাহাক সেহি কৰ্ম্মেসে আশ্ৰয় ॥ ৩০৯৯৫
সময় দেখিলে কৰিবেক পৰাক্ৰম।
সৰ্ব্বস্বক এৰি কৰিবেক বৰ শ্ৰম ॥
বিদ্যা পৰাক্ৰম সৰ্ব্বকাৰ্য্যত কুশল।
মহাধৃতিৱন্ত গাৱত হুইব বল ॥ ৩০৯৯৬

এহি পাঞ্চবিধক সহজ মিত্র বোলে।
কহিলো তোমাত আক জানা মহাবলে॥
পূজনী কহিলে আৰো সত নীতিবাক।
সংক্ষেপ কৰিয়া নিবন্ধিলো সবে তাক॥৩০৯৯৭
পুনু পক্ষী বোলয় শুনিয়ো নৃপবৰ।
কহিবো তোমাত আৰো যুগুতি উত্তৰ॥
কুভাৰ্য্যা কুপুত্র আৰো কুৎসিত নৃপতি।
কুমিত্র কুদেশ যদি ভৈলেক সম্প্রতি॥ ৩০৯৯৮
বুধনৰগণে আক বৰ্জিবে সদায়।
তেবেসে নিশ্চয়ে জানা প্রাণ ৰক্ষা যায়॥
কুপুত্রে বিশ্বাস নাহি নাহি মিত্রৰতি।
কুৎসিত ভাৰ্য্যাত জানা নাহিকে সুৰতি॥৩০৯৯৯
কুৰাজ্যত কদাচিতো সুখ নিমিলয়।
কুদেশে থাকিলে জানা যায় যমালয়॥
যিটো প্রিয় বোলয় সেহিসে ভাৰ্য্যা ভাল।
যি যি পুত্ৰহন্তে সুখে যায় সৰ্ব্বকাল॥ ৩১০০০
যেহিটো মিত্রত সদা থাকয় বিশ্বাস।
সি দেশে থাকিলে জীৱনৰ বৈব আশ॥
যিটো ৰাজ্যে বলৎকাৰ নাহিকে কেৱলে।
জানা ব্রহ্মদত্ত ইসবক ভাল বোলে॥ ৩১০০১
যি দেশত গুণৱন্ত থাকয় নৃপতি।
ভাৰ্য্যা পুত্র মিত্র বান্ধৱৰ তাতে ৰতি॥
যিটো ৰাজা প্রজাক নিতান্তে দেয় ভয়।
সেহিটো অধৰ্ম্মী ৰাজা নৰকে চলয়॥ ৩১০০২
ভাৰ্য্যা পুত্ৰগণে তাক নেদেখয় হিত।
তাহাৰ সমীপে কেহো নযায় কচিত॥
ধৰ্ম্ম অৰ্থ কাম এহি তিনিয়ে বৰ্গ'ৰ।
নৃপতি ইহাৰ মুল জানা নৰেশ্বৰ॥ ৩১০০৩
স্বধৰ্ম্মত প্রজাগণ কৰয় পালন।
সেহিটো নৃপতি জানা গুণে নাৰায়ণ॥
স্বধৰ্ম্মে নৰাখে প্রজা বোলয় মোহোৰ।
নহয় নৃপতি সিটো জানিবাহা চোৰ॥ ৩১০০৪
নিৰ্বিচাৰি যথাৰ্থ প্ৰাণীক দেয় ভয়।
প্রজাৰ পাতকে ৰাজা নৰকে চলয়॥
প্রজাক অভয় দেয় যেহিটো নৃপতি।
ধৰ্ম্মাধৰ্ম্ম যথাৰ্থক জিজ্ঞাসি সম্প্রতি॥ ৩১০০৫
এহিমতে প্ৰাণীক কৰয় প্রতিপাল।
সিটো নৃপতিৰ সুখে যায় সৰ্ব্বকাল॥
সদায়ে নৃপতি হুইব পিতৃ মাতৃ সম।
গুৰু যেন শিষ্যক কৰাৱে নানা ধৰ্ম্ম॥ ৩১০০৬
দুখী ভিক্ষী প্রজা সদা কৰিব ৰক্ষণ।
অগ্নি যম কুবেৰৰ ধৰিব লক্ষণ॥
নৃপতিৰ জানা ৰাজা এহি সপ্তগুণ।
পূৰ্ব্বে মনু প্ৰজাপতি কৰিছে কথন॥ ৩১০০৭
যেহি ৰাজা প্রজাৰ সদায়ে চিন্তে ইষ্ট।
সৰ্ব্বকাল সুখে যায় নলভয় কষ্ট॥
যিটো নৃপতিয়ে প্রাণীগণক হিংসয়।
দুঃসহ বেদনা দিয়া কৰভাৰ লয়॥ ৩১০০৮
প্রজাৰ মনত বৰ নাই সুখ শান্তি।
ইদেশে নপাৰি বৈবে যাইবো কোন ভিতি॥
প্রজাৰ মনত বৰ মিলয় বিষাদ।
নিশ্চয়ে জানিবা সিটো হুইবেক উচ্ছেদ॥৩১০০৯
যিটো নৃপতিত হন্তে সুখী হোৱে প্রজা।
সৰোবৰে পদ্ম যেন প্রকাশয় ৰাজা॥
সকলোৰো ফলক পাৱয় সেহি জন।
সেহিটো ৰাজাক পূজা কৰে প্ৰজাগণ॥ ৩১০১০
বলী সমে বিগ্ৰহ কৰিবে সুযুৰাজ।
সুখ নিমিলয় তাৰ ৰাজ্য হুকৰায়॥
ভীষ্মে বোলে ৰাজা সিটো কথা আছা শুনি।
ব্রহ্মদত্ত আগে আক কহিলা পূজনী॥ ৩১০১১

পক্ষীৰ বচনে ব্ৰহ্মদত্ত শান্ত ভৈল ।
শকুনী পক্ষীয়ো যথা দিশে চলি গৈল ॥
ব্ৰহ্মদত্ত পক্ষীৰ সম্বাদ সাঙ্গ ভৈল ।
পুনু যুধিষ্ঠিৰ নৃপে পুছিবে লাগিল ॥ ৩১০১২
নিগদতি যুধিষ্ঠিৰ গঙ্গাৰ তনয় ।
পুছো ইটো কথা মোৰ মনৰ সংশয় ॥
ধৰ্ম্ম লুপ্ত হুইয়া যদি বাঢ়িল অধৰ্ম্ম ।
চাৰি আশ্ৰমীৰ লুপ্ত ভৈল যত কৰ্ম্ম ॥ ৩১০১৩
নৃপতি পীড়য় যদি চৌৰে হৰে ধন ।
ডকাইত স্বভাৱ আৰে ধৰে সৰ্ব্বজন ॥
কাম ক্ৰোধ লোভ মোহে হুইবেক আবৃত ।
পৰস্পৰে সবাহাৰে জন্মিবেক ভীত ॥ ৩১০১৪
সকল প্ৰাণীত জানা সুহুইবে বিশ্বাস ।
বলাৎকাৰে পূৰিবেক আপুনাৰ আশ ॥
তাপিত ভৈলেক যদি প্ৰজা সমস্তয় ।
বিপ্ৰসকলৰ যদি মিলিল প্ৰলয় ॥ ৩১০১৫
মেঘসকলত যদি নভৈলেক জল ।
কৃষি নষ্ট ভৈলে প্ৰজাশ্ৰম যে বিফল ॥
হেনয় বিফলে কেনে ৰৈবে প্ৰাণীচয় ।
কেনমতে প্ৰৱৰ্ত্তিব যত ৰাজাচয় ॥ ৩১০১৬
মোত তোমাসাৰ যদি আছে অনুগ্ৰহ ।
এহিসে সকলো কথা কহা পিতামহ ॥
নৃপতিৰ প্ৰশ্ন শুনি ভীষ্মে বোলে মাতি ।
কহিবো শুনিয়ো মোৰ বংশধৰ নাতি ॥ ৩১০১৭

### বিশ্বামিত্ৰ-চণ্ডাল সংবাদ কথন

দেশত মিলিল যদি হেনসে আপদ ।
বিশ্বামিত্ৰ শ্বপচৰ শুনিয়ো সম্বাদ ॥
ৰাজা যে সবাৰো মূল জানিবা নিশ্চয় ।
যদ্যপি নৃপতিগণে অধৰ্ম্ম কৰয় ॥ ৩১০১৮
সেহিটো অধৰ্ম্ম জানা প্ৰজাত মিলয় ।
অকালত মৃত্যু ব্যাধি পাৱে মহাভয় ॥
কহো পুৰাতন কথা শুনিয়ো এখন ।
ত্ৰেতা দ্বাপৰৰ সন্ধি মিলিল যেখন ॥ ৩১০১৯
অনাবৃষ্টি ভৈলে তাত দ্বাদশ বৎসৰ ।
প্ৰাণীগণ মৰি সবে গৈল যমঘৰ ॥
গুৰু বক্ৰ ভৈলে নৱ সহস্ৰ বৎসৰ ।
নাহি সুখ শান্তি সবে প্ৰজা ভয়ঙ্কৰ ॥ ৩১০২০
উত্তৰ পথক চন্দ্ৰে সমূলি এৰিলে ।
দক্ষিণ অয়নে গতি কৰিবাক লৈলে ॥
আচোক হুইবেক বৃষ্টি নাহিকে নিয়ৰ ।
মিলিল দুৰ্ভিক্ষ জানা ঔষধিসৱৰ ॥ ৩১০২১
নদনদী সৰোবৰ কূপ তৰাগত ।
কতো যে নিৰ্জ্জল ভৈল কতো বা কিঞ্চিত ॥
যত যত পানীশালা সিৱো ভৈল ছন্ন ।
মিলিল দুৰ্ভিক্ষ জানা দেশৰ উচ্ছন্ন ॥ ৩১০২২
লুপ্ত ভৈল বেদপাঠ আৰো যজ্ঞচয় ।
বিপ্ৰৰ গুচিল পূজা যেন শূদ্ৰনয় ॥
কৃষিয়ে গোৰক্ষ ক্ৰয়-বিক্ৰয় গুচিল ।
উৎসৱ গুচিয়া মহা দুৰ্ভিক্ষ মিলিল ॥ ৩১০২৩
গো অশ্ব মহিষৰ মিলিলেক ক্ষয় ।
খাব নপাই প্ৰজাসব গৈল যমালয় ॥
ৰৌদ্ৰৰ তাপত বৃক্ষ-তৃণ গৈল মৰি ।
অস্থিয়ে সঙ্কুল আৰে ভৈল বসুন্ধৰী ॥ ৩১০২৪
কতো চৌৰ ডকাইতে ৰাজায়ো নেন্ত লুটি ।
এহিমতে প্ৰজা মৰি ভৈলেক নিগুটি ॥
সকলো দেশক জুৰি ভৈল হাহাকাৰ ।
দাৰুণ দুখত প্ৰাণীগণ কয়হ্বাৰ ॥ ৩১০২৫
হেন ধৰ্ম্মহীন পৃথিবীত সি বেলাত ।
যেন কথা ভৈল কহো তোমাক সাক্ষাত ॥

হতশেষ প্ৰাণীগণ যতেক আছিল।
ক্ষুধায়ে পীড়িত হুয়া ভ্ৰমিবে লাগিল॥ ৩১০২৬
যাক যেয়ে পাৰে বলে মাৰিয়া তেখন।
যিবা দ্ৰব্য পাৱে আনি কৰয় ভোজন॥
ঋষিসকলেয়ো ধৰ্ম্ম কৰ্ম্মক ত্যাগিল।
আশ্ৰম এৰিয়া সবে ভ্ৰমিতে লাগিল॥ ৩১০২৭
শুনিয়োক নাতি তুমি ই কথা হৰিষি।
গাধিৰ তনয় বিশ্বামিত্ৰ মহাঋষি।
পুত্ৰ ভাৰ্য্যা আশ্ৰমক কৰি পৰিত্যাগ।
ক্ষুধা আৰ্ত্ত হুয়া ভ্ৰমি ফুৰে মহাভাগ॥ ৩১০২৮
সদায়ে ভ্ৰমিয়া ফুৰে নাহিক উদ্দেশ।
পাচে গৈয়া চণ্ডালৰ গৃহত প্ৰৱেশ॥
পৰম হিংসুক লুব্ধ চণ্ডাল সম্প্ৰতি।
অৰণ্যৰ মধ্যে জানা কৰিছে বসতি॥ ৩১০২৯
ভগ্ন কলসৰ খোলা গৃহত তাহাৰ।
কুকুৰৰ চৰ্ম্মে সিটো দিয়া আছে বাৰ॥
বৰাহ গৰ্দ্দভ অস্থিগণ অপৰ্য্যন্ত।
কান্তি কৰি আছে আৰে তাহাৰ গৃহত॥ ৩১০৩০
মৃতক নৰৰ গাৰ আনি বস্ত্ৰগণ।
পুষ্প সমে আনি গাৱে কৰয় ভূষণ॥
মৃতক সৰ্পৰ মোটগণ অপৰ্য্যন্ত।
থানে থানে ৰঞ্জি আছে তাহান গৃহত॥ ৩১০৩১
পালে পালে কুকুৰাসকলে কৰে ধ্বনি।
গৰ্দ্দভৰ নাদ তাত বিপৰীত শুনি॥
তাৰ ভাৰ্য্যা সমে খৰ্ব্ববাক্য বোলে মন্দ।
ৰাত্ৰি দিনে তাহাৰ নাৰীয়ে কৰে দন্দ॥ ৩১০৩২
তাৰ দেৱগৃহে পুতি আছে ধ্বজগণ।
উলুকৰ পাখি তাত দিয়াছে নিচান॥
লৌহ ঘণ্টাসব আৰি আছে থানে থানে।
জাকে জাকে কুকুৰক দেখি বিদ্যমানে॥ ৩১০৩৩

হেনয় গৃহত গাধিপুত্ৰ মহাঋষি।
আহাৰ বিচাৰি গৈয়া পশিলা হৰিষি॥
ফল মূল মাংস অন্ন তাহাৰ গৃহত।
ঋষিয়ে বিচাৰি তাত নপাইল কিঞ্চিত॥ ৩১০৩৪
কৰিলো নিশ্চয় মোৰ নখণ্ডে দুৰ্গতি।
এহি বুলি নিশ্চয় কৰিলা মহামতি॥
খাব নপাই দুৰ্ব্বল ভৈলেক শৰীৰত।
পৰিল নিঢালে চণ্ডালৰ চোতালত॥ ৩১০৩৫
পৃথিবীত পৰি ঋষি কৰিল চিন্তন।
কেনমতে মোৰ আৰে ৰহিবে জীৱন॥
কৰিলোহো আৰে মই পুণ্য অসংখ্যাত।
এখনে জানিলো সবে যাইবেক বৃথাত॥ ৩১০৩৬
দুঃসহ পীড়াত কেনে আছোহো নমৰি।
কিবা হেতু দুৰ্ভগীয়া জীওঁ হৰি হৰি॥
পাচে দেখিলেক ঋষি চণ্ডাল গৃহত।
সদ্যে মৰা কুকুৰৰ মাংস অপৰ্য্যন্ত॥ ৩১০৩৭
মনত আলচি ঋষি কৰিলে ঠাৱৰ।
বোলে চুৰি কৰো মাংস এহি কুকুৰৰ॥
আহো একোৰূপে মই নেদেখো উপায়।
যদি খাব নপাওঁ দেখো প্ৰাণ মৰি যায়॥ ৩১০৩৮
আপদত অযুগুত কৰিতে যুৱায়।
বিশিষ্ট হীনৰ দ্ৰব্য হৰিবাক পায়॥
প্ৰাণ ৰক্ষা হেতু বিপ্ৰে কৰিলেক স্থিৰ।
প্ৰথমে হৰিবে দ্ৰব্য জানাহা হীনৰ॥ ৩১০৩৯
অনন্তৰে আনিবেক সামান্য জনৰ।
অসত্যবাদীৰ আনিবেক তাত পৰ॥
বিশিষ্টজনৰ অৰ্থ পাচত হৰিব।
এহিমতে বিপ্ৰসবে জীৱন ৰাখিব॥ ৩১০৪০
চণ্ডালৰ দ্ৰব্য মই হৰিবাক যাওঁ।
তাক খাই কিবা মোৰ প্ৰাণৰক্ষা পাওঁ॥

আক হৰিলাত মোৰ দোষ নঘটয় ।
কুকুৰৰ মাংস মই হৰিবো নিশ্চয় ॥ ৩১০৪১
মাংস নিয়মিয়া থৈয়া শুতিল চণ্ডাল ।
চুৰি কৰিবাক ঋষি পাচে পাইলা ছল ॥
ধীৰে ধীৰে উঠি গাধিপুত্ৰ মুনিবৰ ।
চণ্ডালৰ গৃহৰ পশিল অভ্যন্তৰ ॥ ৩১০৪২
শ্বপচ শয্যাত পৰি আছে নিদ্ৰা যায় ।
শ্লেষ্মে বান্ধি আছে চক্ষু মেলন নযায় ॥
মাংসত লাগিয়া তাৰ কৰ্ণ জাগি আছে ।
মাংস আস্বাদন ঋষি গুচাইলেক পাচে ॥ ৩১০৪৩
ঘট্মট্ শুনি পাচে চণ্ডাল বদতি ।
মোৰ গৃহে পশি কোনে কৰস বিপত্তি ॥
নিদ্ৰা নাই মোৰ হেৰা হুয়াছে তৰধ ।
উঠিয়া তোহোক গৈয়া কৰিবোহো বধ ॥৩১০৪৪
তাৰ খৰ্ব্ববাণী শুনি গাধিৰ তনয় ।
ভয়তে তাহাৰ কৰ-চৰণ কম্পয় ॥
নমাতিলে মোক আজি বধিবে নিশ্চয় ।
হেন চিন্তি মাতিবে লাগিল মহাশয় ॥ ৩১০৪৫
বিশ্বামিত্ৰ বোলে মই গাধিৰ নন্দন ।
ক্ষুধায়ে পীড়িত মোৰ নৰহে জীৱন ॥
কুকুৰৰ মাংস খাব কৰি আছো মন ।
এতেকে তোমাৰ গৃহে সোমালো এখন ॥৩১০৪৬
নমাৰিবা মোক তুমি কল্যাণে থাকিয়ো ।
এহি মাংস খাবো মোক বাধা নকৰিয়ো ॥
ঋষিৰ বচন হেন শুনিলে চণ্ডালে ।
হৰি হৰি কিনো বিপৰীত কৈলা কালে ॥৩১০৪৭
শ্ৰান্ত হুই নিদ্ৰা হন্তে উঠিয়া বসিলা ।
দুই হাতে দুই চক্ষু পিসিবাক লৈলা ॥
বহুমান কৰিয়া কৰিলা কৰযোৰ ।
কহো ঋষিৰাজ কিছো বাক্য শুনা মোৰ ॥৩১০৪৮

তুমি ব্ৰহ্মঋষি সবে জানি আছা ধৰ্ম্ম ।
ৰাত্ৰি মোৰ গৃহে কেনে কৰাহা অকৰ্ম্ম ॥
শুনি চণ্ডালৰ হেন যুগুতি বচন ।
তাক শান্ত কৰি পাচে বুলিলা ব্ৰাহ্মণ ॥ ৩১০৪৯
শুনিয়ো শ্বপচ তুমি বচন আমাৰ ।
ক্ষুধাতুৰ মই দেখা কিবা আছে গাৰ ॥
হাত ভৰি কাম্পে মোৰ হীন ভৈল বল ।
বুদ্ধি জ্ঞান বল মোৰ গুচিল সকল ॥ ৩১০৫০
শৰীৰৰ জোৰা যেন ছিগি ছিগি যায় ।
তন্তিব নপাৰো সৰ্ব্ব শৰীৰ কাম্পয় ॥
এতেকতে ভক্ষ্যাভক্ষ্য নাহিকে বিচাৰ ।
এহি হেতু মাংসে চিত্ত গৈলেক আমাৰ ॥ ৩১০৫১
তৃষায়ে পীড়িয়া মোৰ হেৰা প্ৰাণ যায় ।
ক্ষুধাতুৰ জনৰ কিঞ্চিতো লজ্জা নাই ॥
ক্ষুধাতুৰ হৈয়া হৰো কুকুৰ মাংসক ।
হেন জানি দোষ তুমি নেদিবাহা মোক ॥ ৩১০৫২
দেৱতাৰ মুখ অগ্নি আৰৰ ব্ৰাহ্মণ ।
এসম্বাৰ মুখে ভুঞ্জি দেৱ তুষ্ট মন ॥
সকল যজ্ঞৰ ভোক্তা ব্ৰহ্মা যেন নয় ।
স্বধৰ্ম্মত মোক তুমি জানা সেহি নয় ॥ ৩১০৫৩
হেন শুনি চণ্ডালেয়ো দিলন্ত উত্তৰ ।
মোহোৰ বচন তুমি শুনা মুনিবৰ ॥
যেনমতে তুমি ধৰ্ম্মে নহৈবাহা হীন ।
সেহিৰূপে আচৰিয়ো কৰি স্থিৰ মন ॥ ৩১০৫৪
শৃগালত কৰিয়া অধম জানা শ্বান ।
পণ্ডিতৰ মুখে শুনি আছো বিদ্যমান ॥
জাতিত অধম নাহি আমাসাত কৰি ।
আপুনি খাইবাক মাংস গৈয়া আছো মাৰি ॥৩১০৫৫
অধম উদ্দেশে আক আনি আছো আমি ।
অতি মহাজ্ঞানী ধৰ্ম্মৱন্ত ঋষি তুমি ॥

স্বকীয় আৰ্জ্জিত যিটো দ্ৰব্য চণ্ডালৰ।
বিশেষত অভক্ষ্য জানাহা তোমাসাৰ ॥ ৩১০৫৬
ব্ৰাহ্মণসবৰ ইটো নুহিকে উচিত।
জানা মহামুনি ইটো কৰ্ম্ম গৰিহিত ॥
প্ৰাণৰক্ষা হেতু অন্য চিন্তিয়ো উপায়।
মাংসলোভ হেতু তব তপ নষ্ট হয় ॥ ৩১০৫৭
বিহিত মাৰ্গক তুমি ধৰা মনোহৰ।
মহাজ্ঞানী জানা ধৰ্ম্ম নকৰা শঙ্কৰ ॥
স্বধৰ্ম্মক জানা তুমি বেদে আছা শুনি।
এতেকে ধৰ্ম্মক ত্যাগ নকৰা আপুনি ॥ ৩১০৫৮
তুমি সবে কৰা যদি হেন ব্যৱহাৰ।
নিশ্চয়ে লোকত জানা হুইবেক প্ৰচাৰ ॥
শুনা সৰ্ব্বজন দুখ দেখা মহন্তৰ।
ঈশ্বৰ জনৰ হেন কি লেখা আনৰ ॥ ৩১০৫৯
আন হেতু দুখৰ নাহিকে পৰিত্ৰাণ।
কেৱলে কৃষ্ণৰ পদ কৰা মনে ধ্যান ॥
কৃষ্ণত ভকতি কৰি পাবা মহাজ্ঞান।
জানি হৰি ভক্তিত কৰিয়ো মনে জ্ঞান ॥ ৩১০৬০
এহিসে উপায় জানা দুখ তৰিবাৰ।
হৰি তুষ্ট ভৈলে হুইবা সংসাৰৰ পাৰ ॥
হেন জানি কৃষ্ণৰ চৰণে কৰা মতি।
বোলা ৰাম হৰি সবে পাবা সদগতি ॥ ৩১০৬১

———

পদ

ভীষ্ম নিগদতি কথা শুনা নৃপবৰ।
যি বুলিলা আৰে বিশ্বামিত্ৰ মুনিবৰ ॥
ঋষি বোলে শুনা আৰে মোহোৰ বচন।
বহুকাল নিৰাহাৰে নবহে জীৱন ॥ ৩১০৬২
নেদেখো উপায় মই প্ৰাণ ৰাখিবাৰ।
তোৰ ইটো শ্বমাংসক কৰি আছো সাৰ ॥
যেন তেন প্ৰকাৰে প্ৰাণক ৰাখিবো।
যদি ভালে থাকো পাচে ধৰ্ম্ম আচৰিবো ॥ ৩১০৬৩
ক্ষত্ৰিয়ৰ ধৰ্ম্ম জানা পুৰুষালি কৰ্ম্ম।
অগ্নিত হৱন ব্ৰাহ্মণৰ নিজধৰ্ম্ম ॥
ব্ৰহ্ম বস্তু অগনিত মোৰ বৰ সাস।
এতেকে খাইবো তব কুকুৰৰ মাংস ॥ ৩১০৬৪
যথা তথা ৰূপে প্ৰাণ ৰাখিবে লাগয়।
যেহেন প্ৰাণীতে কিছো পীড়া নঘটয় ॥
মৰণত কৰি জানা জীৱন উত্তম।
শৰীৰ থাকিলে সবে সিজিবেক ধৰ্ম্ম ॥ ৩১০৬৫
জীৱন হেতুয়ে অভক্ষ্যত কৈলো ৰতি।
নপাতা জঞ্জাল তুমি দিয়া অনুমতি ॥
যদি ইটো মোৰ প্ৰাণ জীৱনে ৰহয়।
তপ বিদ্যাবলে পাপ কৰিবোহো ক্ষয় ॥ ৩১০৬৬
সূৰ্য্যৰ উদয়ে যেন গুচে অন্ধকাৰ।
সেহিমতে সব পাপ হুইবেক সংহাৰ ॥
শ্বপচ বদতি বিশ্বামিত্ৰ মুনিবৰ।
স্বভাৱে কুকুৰ মাংস অভক্ষ্য দ্বিজৰ ॥ ৩১০৬৭
আক খাইলে তোমাথেৰ নৰৈবেক প্ৰাণ।
আয়ুসো সুদীৰ্ঘ নোহে জানা বিদ্যমান ॥
অমৃত সমান আত তৃপ্তি নাপাইবাহা।
অন্যস্থানে জিজ্ঞাসিয়া ভিক্ষা মাগি খাহা ॥ ৩১০৬৮
বিশ্বামিত্ৰে বোলয় শ্বপচ শুনা বাক।
দুৰ্ভিক্ষত সুলভ মই দেখিলো মাংসক ॥
অন্য বিত্ত নাহি মোৰ জিজ্ঞাসিয়া পালো।
এবে এহি মাংস খাইবে ঠাৱৰ কৰিলো ॥ ৩১০৬৯
পৰম ক্ষুধাৰ্ত্ত মই নপাওঁ উদ্দিশ।
কুকুৰৰ মাংসক মানিছো ষড়ৰস ॥
চণ্ডালে বোলয় প্ৰভু শুনা মুনিবৰ।
পঞ্চনখী পঞ্চবিধ অভক্ষ্য দ্বিজৰ ॥ ৩১০৭০

যদি শাস্ত্ৰ প্ৰমাণ মানিছা ভাল কৰি।
নখাইবাহা মাংস ইটো যায়ো পৰিহৰি ॥
বিশ্বামিত্ৰে বোলে শুন শ্বপচ বচন।
পূৰ্ব্বত অগস্তি মুনি কৰি আছে যেন ॥ ৩১০৭১
নিমিত্তে খাইলে জানা বাতাপি অসুৰ।
তাকো দগ্ধ কৰিলেক পাপো গৈল দূৰ ॥
আপদত পৰি হেৰা ভোকে মৰো মই।
খাবো ইটো মাংস বাধা নিদিবিহি তই ॥ ৩১০৭২
শিষ্টগণে যিটো কাৰ্য্য প্ৰৱৰ্ত্তায়া যাই।
তাক আচৰিবে জানা কিছো দোষ নাই ॥
চণ্ডালে কহয় ঋষি যি কহিলা মোত।
পূৰ্ব্বত অগস্তি কৰি আছে অযুগুত ॥ ৩১০৭৩
সিটো ধৰ্ম্ম জানা মুনি নোহে চিৰন্তন।
এতেকে অকাৰ্য্যে তুমি নেদিবাহা মন ॥
শুনিয়ো শ্বপচ তুমি বচন মোহোৰ।
ইটো পাতকক মই নকৰোহো ডৰ ॥ ৩১০৭৪
কুকুৰ মৃগক মই মানো সম কৰি।
এতেকে জানিবা ইটো মাংস খাবো হৰি ॥
হেন শুনি শ্বপচে ঋষিত নিগদতি।
শুনা বিশ্বামিত্ৰ তুমি গাধিৰ সন্ততি ॥ ৩১০৭৫
বিপ্ৰৰ উদ্দেশে দ্ৰব্য কৰয় সঞ্চিত।
তাকেসে ব্ৰাহ্মণে জানা খাইবাক উচিত ॥
পৰম অজ্ঞানী আমি জাতিত অধম।
আপুনাৰ হেতু মাংস কৰিছো নিয়ম ॥ ৩১০৭৬
ইটো গৰিহিত কৰ্ম্ম লোকত নিন্দিত।
সকল উপায়ে আক ৰক্ষাসে উচিত ॥
আতুৰত বিপ্ৰে যদি কৰয় দুষ্কৰ্ম্ম।
নিবাৰণ কৰিলে লভয় মহাধৰ্ম্ম ॥ ৩১০৭৭
শুনিয়োক দ্বিজৰাজ! আমাথেৰ বাক।
নখাইবাহা মাংস বাধা দিলোহো তোমাক ॥

বিশ্বামিত্ৰে বোলে শুনা শ্বপচ বচন।
যি কহিছা মোত তুমি সবে অকাৰণ ॥ ৩১০৭৮
দেখহ ব্ৰাহ্মণী মোৰ আতি প্ৰিয়তমা।
লোকত পূজিতা মোৰো সঙ্গে আত্ম সমা ॥
তাসম্বাক লাগি এহি মাংস হৰো মই।
তই ঘাতুকৰ বাক্যে নকৰোহো ভয় ॥ ৩১০৭৯
চণ্ডালে বোলয় ঋষি শুনা মোৰ বাণী।
তোমাৰ আগত কহো স্বৰূপ কাহিনী ॥
দেখাহা যতেক সংসাৰত সাধুজন।
আপুনি মৰয় দুৰ্ব্বুদ্ধিত নেদে মন ॥ ৩১০৮০
সমস্ত কামনা অপ্ৰয়াসে হোৱে সিদ্ধি।
পৰলোকে গৈয়া সিটো পাৱে অষ্টনিধি ॥
সকলে জানাহা তুমি ঋষি সৰ্ব্বজ্ঞান।
নেৰিবা স্বধৰ্ম্মাচাৰ ছাৰি যাউক প্ৰাণ ॥ ৩১০৮১
হেন শুনি বিশ্বামিত্ৰ ঋষি নিগদতি।
শুনিয়ো চণ্ডাল মোৰ বচন সম্প্ৰতি ॥
যি কহিলি তই কথা মৰণ উচিত।
শৰীৰ বিনাশে ধৰ্ম্ম নোহয় কিঞ্চিত ॥ ৩১০৮২
শৰীৰ থাকিলে সিদ্ধি হোৱে সব কৰ্ম্ম।
তপ জপ যজ্ঞ আচৰিবে পাৰে ধৰ্ম্ম ॥
অভক্ষ্য ভক্ষণ ইটো পাপ অল্পমান।
অল্প তপস্যাৰে আক কৰিবো নিৰ্য্যাণ ॥ ৩১০৮৩
পৰম দুৰ্ব্বুদ্ধি তই অধম জাতিত।
তোৰ শৰীৰত জ্ঞান নাহিকে কিঞ্চিত ॥
শুনিলেহে কহিবাক পাৰস বৰ্ব্বৰ।
মোহোৰ আগত কেনে কৰস উত্তৰ ॥ ৩১০৮৪
যদ্যপি সংশয় কৰ্ম্ম আচৰোহো জানা।
তথাপিতো নোহো জানা তোমাৰ নিচিনা ॥
ঋষিৰ বচন শুনি বোলয় চণ্ডাল।
যি কহিলা কথা আমি নেদেখোহো ভাল ॥ ৩১০৮৫

তুমি হেন ব্ৰাহ্মণক লভিলো সম্প্ৰতি।
অৰ্চ্চিবে নপালো মই পৰম দুৰ্ম্মতি ॥
বিশ্বামিত্ৰে বোলে শুন শ্বপচ বচন।
কহিবো দৃষ্টান্ত এক কৰ্ণপাতি শুন ॥ ৩১০৮৬
মণ্ডুকৰ ৰাৱ শুনি যেন গাৱচয়।
তভো কিবা তাৰ ভয়ে জল নথাৱয় ॥
জাতিত অধম তই ধৰ্ম্ম নজানস।
তোহোৰ বাধাত এহি নছাৰিবো মাংস ॥ ৩১০৮৭
হেন শুনি চণ্ডালে বোলয় শুনা কথা।
তোমাক দেখিয়া মোৰ বৰ লাগে বেথা ॥
এহিসে নিমিত্তে দেওঁ উপদেশ হিত।
লোভ হেতু পাপ ইটো লোৱা অনুচিত ॥ ৩১০৮৮
হেন শুনি বিশ্বামিত্ৰ ঋষি বোলে বাণী।
ধৰ্ম্ম অধৰ্ম্মক মই জানোহো আপুনি ॥
যদি হিত কৰ্ত্তা তই ভৈলি আসি মোৰ।
আপদে পৰিলো মোক কৰিয়ো উদ্ধাৰ ॥ ৩১০৮৯
ক্ষুধায়ে আতুৰ ভৈলো নৰহয় প্ৰাণ।
মোহোৰ নিমিত্তে ইটো কৰ মাংস দান ॥
ঋষিৰ বিনয় হেন শুনিয়া চণ্ডাল।
সম্বোধি বোলয় ইটো কথা নোহে ভাল ॥ ৩১০৯০
কুকুৰৰ মাংস ইটো পৰম কুচ্ছিত।
নপাৰো দিবাক ইটো নহয় উচিত ॥
তাহাৰ বচন শুনি গাধিৰ তনয়।
চণ্ডালক চাই হেন বচন বোলয় ॥ ৩১০৯১
খাইবো মাংস মই ইটো নাহিকয় ছিদ্ৰ।
প্ৰাণ ৰক্ষা ভৈলে পাচে হৈবোহো পবিত্ৰ ॥
মৰণত কৰিয়া যে জীৱন বিশেষ।
পূৰ্ব্বাপৰ নচাই কেনে নিষেধ কৰস ॥ ৩১০৯২
অনন্তৰে শ্বপচ মাতিল মনে গুণি।
আত্মা সাক্ষী বুলি তুমি জানাহা আপুনি ॥
যিটো দুষ্ট পৱিত্ৰ তাহাকো জানি আছা।
তথাপিতো শ্বমাংসক খাব কৰা ইচ্ছা ॥ ৩১০৯৩
যিটো জনে কুকুৰৰ মাংসক ভুঞ্জয়।
তাহাৰ বৰ্জ্জিবে দ্ৰব্য কিছো নথাকয় ॥
ইহাৰ উত্তৰ পাচে দিলা মুনিবৰ।
শুনিযোক নীতি কহো শ্বপচ বৰ্ব্বৰ ॥ ৩১০৯৪
হিংসাশূন্য যিটো হোৱে গ্ৰহণ ভোজন।
তাহাৰ ভোজন ভৈলে নাহিকে দূষণ ॥
অভক্ষ্য বুলিয়া মাত্ৰ লোক অপবাদ।
মিছা মাতি যিটো জনে কৰয় সম্বাদ ॥ ৩১০৯৫
অনৃতৰ সম পাপ নাহিকে ইহাত।
স্বৰূপ কৰিয়া মই কহিলো তোমাত ॥
চণ্ডালে বোলয় তযু সম ঋষি যত।
কুকুৰৰ মাংস খাব নভৈলেক চিত ॥ ৩১০৯৬
এতেকতে ইটো মাংস নকৰা ভক্ষণ।
ভক্ষ্য দ্ৰব্য খাইলে কিছো নাহিকে দূষণ ॥
শ্বপচৰ বাণী শুনি ঋষি বোলে পাচে।
কুকুৰৰ মাংস খালে দোষ কৈত আছে ॥ ৩১০৯৭
শুনি আছো সুৰা যিটো লেশমাত্ৰ খায়।
আচোক পাতক তাৰ জাতিয়ো হৰায় ॥
অন্য দোষ সঙ্কটত যদ্যপি আচৰে।
তপ আচৰিয়া অল্প শ্ৰমে পাপ হৰে ॥ ৩১০৯৮
বুজাব নপাৰি চণ্ডালেয়ো বোলে বাণী।
শুনা ঋষিৰাজ মোৰ স্বৰূপ কাহিনী ॥
হেন দুৰ্ব্বুদ্ধিত যিটো জনে দেয় মন।
ধৰ্ম্ম দেখাই যিটো সাধু কৰে নিবাৰণ ॥ ৩১০৯৯
যিটো জনে পুণ্যক সঞ্চয় অভ্যুদয়।
পাচে সিয়ো জনে জানা সুখক লভয় ॥
এতেকে কহিলো এভো মোত দোষ নাই।
যেহি লাগে কৰা প্ৰভু আপুন ইচ্ছাই ॥ ৩১১০০

ভীষ্ম নিগদতি যুধিষ্ঠিৰ মহামানী।
হেন যদি চণ্ডালৰ শুনিলেক বাণী॥
গাধীৰ তনয়ে মনে আনন্দ লভিল।
কুকুৰৰ মাংস পাচে বোজা বান্ধি লৈল॥৩১১০১
যি থানত আছে তান ভাৰ্য্যা-পুত্ৰগণ।
সেহি অৰণ্যক লাগি কৰিলে গমন॥
ভাৰ্য্যা-পুত্ৰগণে সেহি মাংসক দেখিল।
মৰাৰ মুখত যেন অমৃত পৰিল॥ ৩১১০২
আত হন্তে ঋষি পাচে পাইলেক গুচৰ।
সিটো মাংস বোজা নমাই থৈলেক কান্ধৰ॥
ভাৰ্য্যায়ে বোলন্ত প্ৰভু মাংস খাওঁ স্বামী।
ঋষি বোলে দেৱতাক দিয়া খাওঁ আমি॥৩১১০৩
এহি বুলি ঋষি পাচে কৰি থিৰ মন।
বিধিৱতে অগনিক কৰিলে থাপন॥
দেৱতাৰ অৰ্থে দুই চৰু পাক কৈলা।
বলি বিশ্বদেৱ কৰি পিতৃক তৰ্পিলা॥ ৩১১০৪
ইন্দ্ৰক প্ৰমুখ কৰি যত দেৱমানে।
ভাগ ভাগ কৰি দিলা বিধিৰ বিধানে॥
দেখা পৃথিবীত ঘোৰ দুৰ্ভিক্ষ মিলিল।
যজ্ঞ হোম শ্ৰাদ্ধ আদি সবে লুপ্ত ভৈল॥ ৩১১০৫
ক্ষুধায়ে আতুৰ ভৈল সবে দেৱগণ।
খাব নপাই পৃথিবীক কৰিল গমন॥
ভিক্ষাকো নপাই কতো নিৱৰ্ত্তিয়া যাই।
পূজা গুচিলাত ভৈল মৃতক পৰায়॥ ৩১১০৬
কুকুৰৰ মাংস পাচে হেন সময়ত।
পূজা কৰি ভাগে ভাগে দিলে গাধিসুত॥
সেহি পূজা লভি দেৱে সন্তোষ লভিলা।
ইন্দ্ৰৰ আদেশে মেঘে বৃষ্টিক কৰিলা॥ ৩১১০৭
বৃষ্টি পাই গজিলেক তৃণ বন যত।
শস্যসব ভূমিত ভৈলন্ত অপৰ্য্যন্ত॥
পুত্ৰ ভাৰ্য্যা সমে ঋষি মাংসক ভুঞ্জিল।
এহিমতে পৃথিবীৰ দুৰ্ভিক্ষ গুচিল॥ ৩১১০৮
তপস্যা আচৰি পাচে ঋষি মহামানী।
সংহৰিল পাপ যেন তুলাত অগনি॥
সঙ্কট ভৈলেক হেন বুদ্ধি আচৰিবা।
সকলো কাৰ্য্যৰ জানা তেবে সিদ্ধি পাইবা॥ ’১০৯
জীৱন্তে থাকিলে জানা সবে সিদ্ধি পাই।
কহিলোহো নাতি মই তোমাত বুজাই॥
শুনা সৰ্ব্বজন ইটো ভাৰত পয়াৰ।
ইহাৰ শ্ৰৱণে হোৱে পুৰুষ উদ্ধাৰ॥ ৩১১১০
অনাদি জন্মৰ যিটো পাতক সঞ্চিত।
সিয়ো পাপসব জানা হৰয় ত্বৰিত॥
মনো থিৰ হুয়া জানা প্ৰৱৰ্ত্তে নীতিত।
হেন জানি ইয়াৰ শ্ৰৱণে কৰা চিত্ত॥ ৩১১১১
ধৰ্ম্ম অধৰ্ম্মৰ তাসম্বাত হুইবে জ্ঞান।
ভীষ্মৰ মুখৰ কথা অমৃত সমান॥
হেন জানি শুনা আৰু মহাযত্ন কৰি।
ভণে দ্বিজ লক্ষ্মীনাথে বোলা হৰি হৰি॥ ৩১১১২

---

### শৰণাগতক ৰক্ষা আৰু অতিথি শুশ্ৰূষাৰ ফল

### দুলড়ী

ধৰ্ম্ম নিগদতি শুনা মহামতি
তুমি ভাগীৰথী সুত।
ধৰ্ম্মাধৰ্ম্মচয় তোমাত আছয়
শাস্ত্ৰকো জানা বহুত॥
শৰণাগতক আৰো অতিথিক
শুশ্ৰূষাৰ কেন ফল।
কৰি অনুগ্ৰহ কহা পিতামহ
শুনোহো মই সকল॥ ৩১১১৩
ভীষ্ম নিগদতি শুনা মোৰ নাতি
পুছিলা কথা ডাঙ্গৰ।

শৰণাগতৰ ৰক্ষাৰ সমান
ধৰ্ম্ম নাহি আন বৰ ॥
নৃগ আদি কৰি যতেক নৃপতি
ৰাখিয়া শৰণাগত।
জানাহা সম্প্ৰতি সিসব নৃপতি
সিদ্ধিক পাইলা পূৰ্ব্বত ॥ ৩১১১৪
কহিবো তোমাত যিমতে কপোতে
শত্ৰুত লৈল শৰণ।
আপুন মাংসক দিলাহা শত্ৰুক
সাদৰে বুলি বচন ॥
হেন শুনি পাচে নৃপতি পুছন্ত
কথাত পাওঁ সংশয়।
জানা কেনমতে সেহিটো কপোট
শত্ৰুত গৈল বিক্ৰয় ॥ ৩১১১৫
আপুনাৰ মাংস কেনে ভুঞ্জালেক
লভিল কেনয় গতি।
ইসব কথাক কহিয়োক মোত
শুনিবাক যায় মতি ॥
হেন শুনি ভীষ্ম হাসিয়া কহন্ত
শুনিয়োক মহাভাগে।
এইটো চৰিত্ৰ পৰম পৱিত্ৰ
কহিবো তোমাৰ আগে ॥ ৩১১১৬
যাৰ শ্ৰৱণত কলিমল যত
গুচে হোৱে পুণ্যৰাশি।
মুচুকুন্দ আগে ভাৰ্গৱে পূৰ্ব্বত
কহিলা মোক প্ৰকাশি ॥
ঋষিয়ে বোলন্ত শুনিয়ো মহন্ত
মুচুকুন্দ নৰপতি।
কাম অৰ্থ যত এহিটো কথাত
কহিবো আক সম্প্ৰতি ॥ ৩১১১৭
আছিলেক এক পক্ষীৰ হিংসক
বৰ্জ্জিত সবে আচাৰ।
জন্মাবধি সিটো পক্ষী মাৰি ফুৰে
তাহাৰ মাংস আহাৰ ॥

কৃষ্ণবৰ্ণ কায় কাকৰ পৰায়
দেখিতে আতি কুঠান।
মধ্য থুলন্তৰ কৃষ যে শৰীৰ
হ্ৰস্ব তাৰ গ্ৰীৱাখান ॥ ৩১১১৮
তাহাৰ সুহৃদ নাহি সংসাৰত
নাহি তাৰ বন্ধুজন।
বান্ধৱে এৰিল দেখি ঘোৰ কৰ্ম্ম
পাপত সদায়ে মন ॥
যেহিটো মনুষ্যে পাপত অৱশ্যে
সদা কৰে প্ৰৱৰ্ত্তন।
সেহিসে জনক পণ্ডিতসকলে
ত্যাগ কৰে সৰ্ব্বক্ষণ ॥ ৩১১১৯
যিটো নজানয় জানাহা নিশ্চয়
আপুনাৰ হিতাহিত।
সিটোজনে জানা পৰৰ হিতক
জানিবেক কেনমত ॥
যিটো মহাক্ৰূৰ সহজে নিষ্ঠুৰ
প্ৰাণীৰ হৰয় প্ৰাণ।
সবাহানে ভয় জন্মায়া ফুৰয়
যেহেন সৰ্পৰ ঠান ॥ ৩১১২০
হাতে অস্ত্ৰ ধৰি পক্ষীক মাৰিয়া
ফুৰয় বনত সদা।
সেহি পক্ষী ধৰি বিক্ৰয় কৰিয়া
আহাৰ কৰয় সদা ॥
এহিৰূপে সিটো প্ৰৱৰ্ত্তি থাকন্তে
বহুত বৎসৰ গৈল।
সদায় পাপত তাৰ মাত্ৰ চিত্ত
ধৰ্ম্মৰ লেশ নভৈল ॥ ৩১১২১
জানা যুধিষ্ঠিৰ সেহিটো ব্যাধৰ
পাচে যেন কথা ভৈল।
আছে যন্ত্ৰজাল লৈল আঠ নল
পক্ষী মাৰিবাক গৈল ॥
পাইল ঘোৰ বন দেখি পক্ষীগণ
মনত বৰ আনন্দ।

যন্ত্র কৰে ধৰি উচ্চ বৃক্ষে চৰি
পাতিলেক সিটো ফান্দ ॥৩১১২২
বৃক্ষৰ নামিল পাচে যেন ভৈল
শুনিয়ো আৰে অপৰ।
মুহূৰ্ত্তেক মানে দেখয় গগনে
মেঘে আসি নিৰন্তৰ ॥
ঢাকিল গগন নযায় চিনন
দিশপাশ সমুদায়।
ধূলায়ে আকুল ভৈল হুলস্থুল
চাহিবাৰ শক্তি নাই ॥ ৩১১২৩
মেঘৰ আস্ফাল কৰ্ণে হানে তাল
বৰিষয় ধাৰাসাৰ।
বায়ুৰ সোসনি শুনি দিশ চানি
দিনতে ভৈলা আন্ধাৰ ॥
বিদ্যুতিকাচয় আকাশে শোভয়
দেখি আতি তমোময়।
প্রলয় কালৰ যেন জলধৰ
ধাৰাসাৰে বৰিষয় ॥৩১১২৪
লাগিল বতাস বৃক্ষ নিৰন্তৰ
শাখাসব ভাগি যায়।
বটবৃক্ষচয় উভৰি পৰয়
বায়ুৰ আস্ফাল পায় ॥
ভালুক বান্দৰ মৃগ নিৰন্তৰ
মহিষ ব্যাঘ্রৰ পাল।
পক্ষী নিৰন্তৰ শীতত আতুৰ
ভৈল সবে লালকাল ॥ ৩১১২৫
ক্ষন্তেকতে সবে জানাহা পৃথিবী
বৃষ্টিজলে তল গৈল।
খাল বাম একো চিনন নযায়
সবে পৰিপূর্ণ ভৈল ॥
পাচে সিটো ব্যাধ শীতে ভৈল স্তব্ধ
নাহিকে গাৱে চেতন।
কাম্পে হাত পাৱ স্থিৰ নুহি গাৱ
ভ্রমিবে লাগিল বন ॥ ৩১১২৬

ইটো বাম বুলি দেয় কতো ভৰি
গৰ্ত্তে পৰে গিৰিসাই।
যেন অন্ধ ভৈল জ্ঞান দূৰে গৈল
নপাৱে একো উপায় ॥
যেন মাতিবাক শকতি নভৈল
সৰ্ব্ব গাৱ হৈল থৰ।
পাচে ব্যাধে পাপ কতোক্ষণে মানে
দেখিলা তাৰ ওচৰ ॥ ৩১১২৭
শীতত আতুৰ নাহি লৰচৰ
কপোতী পক্ষী বিশেষ।
আছে কাষে পৰি মৃতকৰ সাৰ
ব্যাধৰ ভৈল হৰিষ ॥
তথাপি তাহাৰ গাৱৰ সন্ধান
কিঞ্চিতেকো নাহিকয়।
তথাপিতো পৰে দুখকো দিৱয়
আতি দুষ্ট মন্দাশয় ॥ ৩১১২৮
আপুনি দুখত পৰিয়া থাকন্ত
পৰক দুখ দিৱয়।
সিটো মহাপাপী জানিবা নিশ্চয়
সদা দুখ নুগুচয় ॥
সেহি কপোতীক ধৰিয়া আনিয়া
দুষ্টে থৈলা পিঞ্জৰত।
হেন সময়ত সূৰ্য্য অস্তগত
দেখিয়া গুণে মনত ॥ ৩১১২৯
দূৰ মেঘগণ নিৰ্ম্মল গগন
প্ৰকাশে নক্ষত্ৰচয়।
শৰত কালৰ যেন সৰোবৰ
পদ্ম সমে প্ৰকাশয় ॥
নক্ষত্ৰ সহিতে জানা সেহিমতে
প্ৰকাশ কৰে গগন।
হেনয় গগন দেখিয়া লুব্ধকে
কিঞ্চিত মন প্ৰসন্ন ॥ ৩১১৩০
শীতে আৰ্ত্ত ভৈল বচন হৰিল
অঙ্গ কাম্পে কলেৱৰ।

দিশক আকলি চাহে চক্ষু মেলি
দেখে গৃহ বহু দূৰ ॥
মনে বোলে আজি কি গতি হুইবেক
গৃহক নপাইবো আৰ ।
পথ জল স্থল জলেৰে আকুল
ৰাত্ৰিয়ো বৰ আন্ধাৰ ॥৩১১৩১
পাচে নিহালিয়া সমীপে দেখিলা
এক বৃক্ষ ভয়ঙ্কৰ ।
শাখা পত্ৰচয় অধিকে শোভয়
যেন খণ্ড জলধৰ ॥
নানা পক্ষী তাত নিবাস কৰয়
ফলকো ৰঙ্গে ভুঞ্জয় ।
পৰ উপকাৰ মিমিত্তে বিধিয়ে
পূৰ্ব্বতে স্ৰজি আছয় ॥ ৩১১৩২
হেনয় বৃক্ষক দেখিয়া লুব্ধক
তাহাৰ সমীপে গৈল ।
বোলে আৰ তলে ৰজনী বঞ্চিবো
হেন মনে থিৰ কৈল ॥
কৃতাঞ্জলি কৰি অৱনত হুয়া
বোলয় স্তুতি বচন ।
ইটো বৃক্ষে যিবা দেৱতা আছাহা
মোহোত হৈবা প্ৰসন্ন ॥৩১১৩৩
শৰণাগতক মোক ৰক্ষা কৰা
এহিসে ৰজনী খানি ।
হেন বাক্যচয় বুলিয়া বিনয়
পাচে মনে অনুমানি ॥
শুখান পত্ৰক বিচাৰিয়া আনি
নিৰ্ম্মিলেক শয্যাখান ।
পাচে সিটো দুষ্টে শুইলা মনকষ্টে
শিফাত দিয়া সিথান ॥ ৩১১৩৪
নমো নমো হৰি চৰণত মাথ
থৈয়া কৰো দণ্ডৱত ।
সংসাৰ ঔষধ তৱ গুণ নাম
সদায়ে ৰৌক মুখত ॥

নামে সৰ্ব্বানন্দ সদায়ে আনন্দ
বিপ্ৰ মধ্যে অগ্ৰগণী ।
নানা কাব্যকোষ পুৰাণ ভাৰত
সমস্ত থাকে বখানি ॥৩১১৩৫
সদা হৰিপাৱে ভকতি কৰয়
নৃপতি যাক আদৰে ॥
বুলি প্ৰিয়বাক বঢ়াইল সম্মান
ৰুদ্ৰসিংহ নৃপবৰে ॥
বহু জন ভূমি সুৱৰ্ণ ৰজত
দিলা সবে মন পূৰি ।
লোহিত্যৰ জানা উত্তৰ পাৰ্শ্বত
কৰিলেক গৃহ বাৰী ॥৩১১৩৬
সেহি থানে এক বহে দিব্য নদী
হেলচি নামে উপাম ।
যাৰ দিব্য জল কেৱলে নিৰ্ম্মল
গ্ৰামৰো সেহিসে নাম ॥
তাহাতে নিবাস কৰিলেলেক সিটো
বিপ্ৰ আতি শান্ত শিষ্ট ।
তাহান সন্ততি বিষ্ণুভক্ত আতি
সবাতে কৰি কনিষ্ঠ ॥ ৩১১৩৭
শাস্ত্ৰত পণ্ডিত সৰ্ব্বগুণ যুক্ত
দাতাৱন্ত দ্বিজবৰ ।
হৰি চৰণৰ যেন মধুকৰ
সদায়ে নেৰে চিত্তৰ ॥
তাহান সন্তান হুয়া জন্ম পালো
মই আতি অল্পমতি ।
অকাৰ্য্যত মাত্ৰ জীৱন গোৱাইলো
নভৈল হৰি ভকতি ॥ ৩১১৩৮
অজ্ঞানে পশিল জ্ঞান নজন্মিল
সংসাৰে বৈলো পৰিয়া ।
কিবা স্ফূৰ্ত্তি ভৈল মনত জন্মিল
ভৈলেক কৃষ্ণৰ দায়া ॥
হৰিৰ চৰিত্ৰ পৰম পবিত্ৰ
ইহাত নাহিকে দোষ ।

কৰি পুৰুষাৰ্থ ৰচিলো পয়াৰ
মোহোত হুয়ো সন্তোষ ৩১১৩৯
ৰাম কৃষ্ণ নাম স্মৰণ মাত্ৰকে
মহা মহা পাপী তৰে।
ইহাক ঠাৰৰ কৰিয়া মনত
মোৰ মতি অনুসাৰে॥
বৰ্ণালো কৃষ্ণৰ চৰিত্ৰ সুন্দৰ
হুয়োক নাথ প্ৰসন্ন।
শুনা বুধজন চঞ্চল জীৱন
ভজাহা হৰি চৰণ॥ ৩১১৪০
এহিটো সংসাৰ তৰণ দুষ্কৰ
আনৰূপে শক্তি নাই।
কেৱলে হৰিৰ চৰণত বাজে
নাহিকে আন উপায়॥
দ্বিজ লক্ষ্মীনাথ বোলে এহি পথ
ধৰা সবে প্ৰাণীচয়।
সবে উচ্চ কৰি বোলা ৰাম হৰি
পাপসব হৌক ক্ষয়॥ ৩১১৪১

পদ

ভীষ্ম নিগদতি কথা শুনা নৃপবৰ।
কপোত বৃত্তান্ত শুনিয়োক আত পৰ॥
চিত্ৰগ্ৰীৱ নামে এক কপোতৰ ঘাই।
সেহি বৃক্ষে নিবাস কৰয় সৰ্ব্বদায়॥ ৩১১৪২
সেহি দিনা তাৰ ভাৰ্য্যা পৰম শোভন।
আহাৰ কৰিতে লাগি কৰিল গমন॥
স্বামীক গৃহত থৈয়া হুয়া একেশ্বৰী।
প্ৰভাতে চলিয়া গৈল' পৰম সুন্দৰী॥ ৩১১৪৩
পাচে সেহি চিত্ৰগ্ৰীৱে আছে বাট চায়া।
নাহিলা প্ৰাণেশ্বৰী ভৈল ৰজনী আসিয়া॥
তাহাৰ হৃদয়ে বৰ তাপ জন্মি গৈল।
ভাৰ্য্যাৰ গুণক পাচে বৰ্ণাইবাক লৈল॥ ৩১১৪৪
বোলে চিত্ৰগ্ৰীৱ মোৰ কৈক গৈলি প্ৰিয়া।
পোৰে সৰ্ব্বগাৰ মোৰ তোক নেদেখিয়া॥
ঘোৰ বাত-বৃষ্টি আজি হৈল দিশ চানি।
নাহি প্ৰাণপ্ৰিয়া জানো কি ভৈল বিঘিনি॥৩১১৪৫
দিশ ভৈল প্ৰসন্ন গুচিল মেঘগণ।
এভো বাহ্নে নাহিল যে কি ভৈল কাৰণ॥
যৈতে আছে তৈতে তোৰ হউক কল্যাণ।
তুমি বিনে মোৰ গৃহে নাহি প্ৰয়োজন॥ ৩১১৪৬
যদি পুত্ৰ পৌত্ৰ ভৃত্য পুত্ৰবধূচয়।
যদ্যপি এসবে সদা আৱৰি থাকয়॥
তথাপিতো ভাৰ্য্যাহীন ভৈলেক যাহাৰ।
তভো তাৰ গৃহশূন্য দেখে অন্ধকাৰ॥৩১১৪৭
গৃহে গৃহ নোহয় কহিলো নিষ্ট কৰি।
যাহাৰ গৃহত জানা নভৈল সুন্দৰী॥
তাৰ গৃহ জানিবাহা অৰণ্যৰ প্ৰায়।
এতেকে গৃহিণী গৃহ জানাহা সদায়॥ ৩১১৪৮
যাৰ ৰক্তবৰ্ণ চক্ষু দেখি মন তুষ্টি।
সদা চাই থাকো মই চিত্ৰ দেহা গুটি॥
যাৰ মুখে বাক্যচয় শুনন্তে মধুৰ।
হেন যদি প্ৰিয়া আজি নাসে মোৰ ঘৰ॥ ৩১১৪৯
কাৰ মুখ চায়া মই থাকিবো এখন।
কৈলো নিষ্ট কৰি মই তেজিবো জীৱন॥
মোক যদি দেখয় লজ্জনে থাকিবাৰ।
কদাচিতো প্ৰাণেশ্বৰী নুভুঞ্জে আহাৰ॥ ৩১১৫০
মই স্নান নকৰিলে নুধুৱয় গাৱ।
মই যৈত থাকো প্ৰিয়া থাকে সেহি ঠাৱ॥
মোৰ ৰঙ্গ দেখি সুখী যোৱে পতিব্ৰতা।
যদি দুখ দেখে মোৰ হোৱয় দুখিতা॥ ৩১১৫১
যেখনে প্ৰবাসে মই কৰোহো গমন।
অসন্তোষ কৰি থাকে মলিন বদন॥

পতিব্ৰতা পতিক দেখয় যেন প্ৰাণ।
পতিৰ হিতক চিন্তি থাকে সৰ্ব্বক্ষণ ॥৩১১৫২
যেন প্ৰিয়ভাৰ্য্যা যাৰ ভৈলেক ইমত।
ধন্য সেহি পুৰুষ জন্মিল পৃথিবীত ॥
মোৰ ক্ষুধা তৃষাক জানয় সৰ্ব্বক্ষণ।
যিটো বাঞ্ছা কৰো দেয় মোৰ পূৰি মন ॥৩১১৫৩
মোৰ ক্ৰোধ দেখিলে নেদয় প্ৰত্যুত্তৰ।
সঙ্কুচিত মনে থাকে দাসী সমসৰ ॥
হেন প্ৰিয়া সমে যদি থাকে অৰণ্যত।
সেহি স্থান জানা তাৰ অধিক গৃহত ॥ ৩১১৫৪
দেৱযোগ্য গৃহ যদি থাকে বিতোপন।
ভাৰ্য্যাহীন ভৈলে জানা সেহিটো অৰণ্য ॥
ভাৰ্য্যা সমে ধৰ্ম্ম অৰ্থ সিজে বিদ্যমান।
কাল সাগৰত হন্তে কৰে পৰিত্ৰাণ ॥৩১১৫৫
যদিবা পুৰুষ আৰে যায় বিদেশক।
বিশ্বাস কৰিবে জানা লাগয় ভাৰ্য্যাক ॥
ভাৰ্য্যায়ে পৰম নাথ কৈলো পুৰুষৰ।
আপুন ইচ্ছায়ে প্ৰীতি সাধে শৰীৰৰ ॥ ৩১১৫৬
যেতিক্ষণে ৰোগে পীড়া কৰে শৰীৰত।
অথবা পুৰুষ যদি পৰয় দুখত ॥
হেন সময়ৰ ভাৰ্য্যা ঔষধে প্ৰধান।
ভাৰ্য্যা সম বন্ধু আৰ নাহিকয় আন ॥ ৩১১৫৭
নাহি ভাৰ্য্যা সম কেহো পুৰুষৰ গতি।
ধৰ্ম্ম সাধিবাৰ ভাৰ্য্যা সহায় সম্প্ৰতি ॥
যাৰ মাতৃ গৃহত নভৈল কদাচিত।
ভাৰ্য্যায় অপ্ৰিয় বাক্য বোলয় সতত ॥ ৩১১৫৮
অৰণ্যে গমন তাৰ কৰিতে নলাগে।
গৃহ মহাৰণ্য বুলি জানা মহাভাগে ॥
যিটো ব্যাধ আসি বৃক্ষমূলে উপাগত।
সেহি থৈয়া আছে কপোতীক পিঞ্জৰত ॥৩১১৫৯

উপৰত স্বামীৰ বিলাপ বাক্য শুনি।
পৰম আনন্দ বাক্য বোলে মনে গুণি॥
কপোতী বদতি মই বৰ ভাগ্যৱতী।
মোহোৰ সম্বন্ধি দেৱ সম নিজপতি ॥ ৩১১৬০
হেনয় স্বামীয়ে প্ৰশংসয় পৰোক্ষত।
মোত কৰি ভাগ্যৱতী নাহি সংসাৰত ॥
যিটো স্ত্ৰীৰ সম্বন্ধি স্বামী যে হন্ত তুষ্ট।
তাহাক জানিবা আতিশয় ভাগ্যৱন্ত ॥ ৩১১৬১
স্বামীত কৰিয়া স্ত্ৰীৰ দেৱ নাহি আন।
জানা নিষ্ট কৰি আৰ অগণি প্ৰমাণ ॥
হেনয় স্বামীক যিটো তুষ্ট নকৰয়।
দাৱাগ্নিত লতা যেন পুৰি ভস্ম হয় ॥৩১১৬২
ইহাকে চিন্তিয়া তাই পৰম দুখিতা।
পিঞ্জৰে থাকিয়া সদা মনে কৰে চিন্তা ॥
শুনিলেক স্বামীৰ দুখৰ নাহি পাৰ।
হেনয় স্বামীক শুনাই বুলিলেক আৰ॥ ৩১১৬৩
শুনিয়োক স্বামী তুমি নকৰিবা শোক।
পিঞ্জৰে বান্ধিয়া ব্যাধে ৰাখি থৈছে মোক ॥
বিধিৰ বঞ্চনা কেহো ছাৰিতে নপাৰে।
সুখ দুখ মিলে আসি এহিটো সংসাৰে ॥৩১১৬৪
ইকথা এৰিয়া শুনা কথা কহো ভৰ্ত্তা।
সাধা পৰলোক হিত এৰিয়োক চিন্তা ॥
মোক বন্দী কৰি ব্যাধ তৰুৰ তলত।
শুতি আছে দুখ পায়া হৈয়া অভ্যাগত ॥ ৩১১৬৫
সিটো ভোখে আৰ্ত্ত হুয়া আসিয়া তোমাত।
শৰণাগতক হুয়াছে সাম্পত আমাত।
ইটো অতিথিৰ পূজা কৰিয়ো বিধান।
তোমাসাত হন্তে আৰ ৰক্ষা পৰোক প্ৰাণ ॥৩১১৬৬
শৰণাগতক ৰক্ষা কৰে যিটোজন।
অতিথি বুলিয়া যিটো দেয় জল অন্ন ॥

অতিথিক দেখি বাক্য বোলয় সাদৰি ।
ইসবৰ পুণ্য জানা কহিতে নপাৰি ॥ ৩১১৬৭
গো-ব্ৰাহ্মণৰ বধে যত পাপ হয় ।
শৰণাগতক বধে সি পাপ লভয় ॥
কপোতৰ বৃত্তি যে সবাতো কৰি হীন ।
আমাৰ অতিথি আৰে নাহি কোনো দিন ॥৩১১৬৮
আমাসাৰ ভাগ্য হেতু সম্প্ৰতি মিলিল ।
দৈৱযোগে ইটো ব্যাধ অভ্যাগত ভৈল ॥
শক্তি অনুসাৰে যিটো অতিথি পূজয় ।
পৰকালে তাহাৰ অক্ষয় লোক হয় ॥ ৩১১৬৯
আমাসাৰ আছে দেখো পুত্ৰ পৰিবাৰ ।
এতেকে দেহৰ আশা এৰি সাৰে সাৰ ॥
ইহাৰ মনৰ প্ৰীতি সাধিয়ো নিশ্চয় ।
তেবে গৃহস্থৰ পৰকালে সুখ হয় ॥ ৩১১৭০
মোক লাগি চিন্তা নাথ নকৰা কিঞ্চিত ।
শৰীৰ থাকিলে ভাৰ্য্যা পাবা অব্যাহত ॥
ভীষ্ম নিগদতি শুনা ৰাজা যুধিষ্ঠিৰ ।
হেন ধৰ্ম্ম বাক্যচয় শুনি কপোতীৰ ॥ ৩১১৭১
মহাপ্ৰেমে তাহাৰ চক্ষুৰ পৰে নীৰ ।
পুলকিত অঙ্গ বাক্য নোলায় মুখৰ ॥
কতোক্ষণ সন্ধুকিয়া ভাবিতে লাগিল ।
বৃক্ষহন্তে নামি ব্যাধ সমীপ চাপিল ॥ ৩১১৭২
অৱনত হুইয়া তাঙ্ক বুলিলেক চাই ।
কৈৰ হন্তে বাপু তুমি আইলা ইটো ঠাই ॥
দুৰ্ঘোৰ জাৰণি ইটো মুলত বৃক্ষৰ ।
কিবা হেতু অভ্যাগত আসি ভৈল মোৰ ॥ ৩১১৭৩
তথাপিতো হেৰা মোৰ শুনিয়ো বচন ।
সংশয় এৰিয়া তুমি হৈয়ো স্বস্থ মন ॥
তোমাৰ গৃহত যেন থাকা সৰ্ব্বদায় ।
মোৰ এহি স্থান মানিবাহা সেহিপ্ৰায় ॥ ৩১১৭৪
তোমাসাৰ ইচ্ছা কিবা আছয় মনত ।
কি কৰিবা বাপু আৰে কহিয়োক মোত ॥
স্বৰূপ কৰিয়া কহো তোমাৰ আগত ।
যাতো তুমি শৰণীয়া হুই আছা আমাত ॥৩১১৭৫
যদ্যপি শক্ৰয়ে আসি হোৱে অভ্যাগত ।
তথাপিতো গৃহস্থৰ শুশ্ৰূষা যুগুত ॥
হাতে অস্ত্ৰ ধৰি বৃক্ষ কাটিবাক যায় ।
তভো বৃক্ষে বোলে ইটো অভ্যাগত প্ৰায় ॥৩১১৭৬
ধৰ্ম্মৰন্ত বৃক্ষে ছায়া দিৱয় সাদৰি ।
অতিথি পূজাৰ সম আন নাহি সৰি ॥
অতিথিক শুশ্ৰূষাক কৰিতে লাগয় ।
তোমাৰ আগত মই বুলিলো নিশ্চয় ॥ ৩১১৭৭
যিটো গৃহাশ্ৰমী সুপূজয় অতিথিক ।
জানিবা তাহাৰ নাই ইহ পৰলোক ॥
যিবা মনে ইচ্ছা তাকে বোলা মহাভাগে ।
নকৰিবা শোক কৰিবোহো তব আগে ॥৩১১৭৮
কপোতৰ বাক্যে ব্যাধে লভিল বিস্ময় ।
কিনো ধৰ্ম্ম পক্ষী ইটো বিনয় বোলয় ॥
হেন শুনি কপোতত বদতি লুব্ধক ।
শুনা পক্ষী ! জাৰে পীড়া কৰয় মোহোক ॥ ’৭৯
প্ৰথমতে তুমি সিটো কৰা নিবাৰণ ।
তেবেসে মুখৰ মোৰ ওলাব বচন ॥
ব্যাধৰ মুখৰ হেন শুনিলেক বাণী ।
শুষ্ক পত্ৰচয় তথা বিচাৰিয়া আনি ॥ ৩১১৮০
অগনি আনিবে সিটো কৰিল গমন ।
কৈত অগ্নি পাবো বুলি চাৱে থানে থান ॥
কতো দুৰ গৈয়া পক্ষী চাহিলা নিহালি ।
অৰণ্যে লাগিয়া এক অগ্নি আছে জ্বলি ॥৩১১৮১
ঠোটত কৰিয়া এক আনিল আঙ্গাৰ ।
শীঘ্ৰ কৰি সেহি থানে ভৈল পয়োসাৰ ॥

শুখান পত্ৰত পাচে অগনি জ্বালিল।
অগ্নিতাপ কৰা বুলি ব্যাধক বুলিল ॥ ৩১১৮২
অগ্নিতাপ কৰি ব্যাধে শীত কৈলা দূৰ।
কপোতক চাহি বুলিলেক মৃদুতৰ ॥
শুনিয়োক পক্ষী মোৰ বাক্য বিদ্যমান।
ক্ষুধায়ে পীড়িত মোৰ নৰহে পৰাণ ॥ ৩১১৮৩
যেহিমতে পাৰা মোৰ ক্ষুধা কৰা দূৰ।
তেবে জানা আজি ৰক্ষা পৰয় শৰীৰ ॥
হেন বাক্য শুনিলেক ব্যাধৰ মুখৰ।
চিন্তাগ্ৰস্ত হুইয়া পাচে দিলেক উত্তৰ ॥ ৩১১৮৪
পক্ষী নিগদতি কথা শুনা অভ্যাগত।
তোমাসাৰ ক্ষুধা গুচাইবো কেনমত ॥
যিটো দ্ৰব্যে তোমাসাৰ ক্ষুধা হোৱে দূৰ।
সিটো দ্ৰব্য জানা ঘৰে নাহিকে আমাৰ ॥ ৩১১৮৫
নাহিকে ভাণ্ডাৰ মোৰ নাহি সঞ্চয়ন।
ফল মূল খাই আমি ফুৰো বনে বন ॥
নদী পুষ্কৰিণী যত আছে পৃথিবীত।
সেহি জল পাত্ৰ জানা আমাৰ বিহিত ॥ ৩১১৮৬
এহিসে প্ৰকাৰে আমি ধৰোহো জীৱন।
অৰণ্যৰ মধ্যে যেন থাকে মুনিগণ ॥
হেনয় প্ৰকাৰে যদি বুলিল বচন।
বিষাদক লভি ভৈল বিবৰ্ণ বদন ॥ ৩১১৮৭
জানা যুধিষ্ঠিৰ পাচে সেহিটো কপোত।
কিবা দিবো বুলি পাচে ভৈল চিন্তাযুক্ত ॥
আপুন বৃত্তিক নিন্দা কৰিবাক লৈল।
পক্ষীৰ জন্মৰ জানা ধিক্কাৰ কৰিল ॥ ৩১১৮৮
হৰি হৰি বিধি কেনে জন্মাইলা আমাক।
কিঞ্চিত নভৈল দেখো জন্মৰ সাৰ্থক ॥
ৰাত্ৰি ভৈলে বৃক্ষত থাকোহো নিদ্ৰা যায়।
বাত বৃষ্টি ভয়তে কাম্পয় সৰ্ববকায় ॥ ৩১১৮৯
নেদেখোহো দিশ পাশ যেহেন অন্ধক।
মুমৰিয়া প্ৰাণ যায় সিটো বৃত্তান্তক ॥
তাতে যদি শিলাবৃষ্টি বাতে আসি পায়।
সেহিটো দুখৰ কথা কহন নযায় ॥ ৩১১৯০
এহিমতে ৰাত্ৰি যাই আসয় দিবস ॥
আহাৰক লাগি উৰি যাওঁ দশোদিশ ॥
বনত ফুৰিয়া সবে খাওঁ বনফল।
সদা আহাৰত আমি স্বভাৱে বিকল ॥ ৩১১৯১
নাহিকয় গৃহ-বাৰী বসন ভূষণ।
আমাসাত কৰি নাহি কুৎসিত জীৱন ॥
এহিমতে আপুনাক গৰিহা কৰিল।
পুনৰপি অতিথিক বচন বুলিল ॥ ৩১১৯২
মুহূৰ্ত্তেকমানে তুমি হুয়ো সন্ধুক্ষণ।
নিশ্চয়ে তোমাক মই কৰিবো তৰ্পণ ॥
এহি বুলি পক্ষী পাচে চিন্তিলা মনত।
আমি মনুষ্যৰ ভক্ষ্য জানোহো পূৰ্ব্বত ॥ ৩১১৯৩
শৰীৰৰ মাংস দিয়া তুষিবো ইহাক।
নিশ্চয় কৰিয়া বুলিলোহো সত্যবাক ॥
এহি বুলি পক্ষী পাচে শুষ্কপত্ৰ আনি।
প্ৰজ্বলিত কৰি পাচে জ্বালিল অগনি ॥ ৩১১৯৪
পৰম হৰ্ষিত ভৈল প্ৰসন্ন বদন।
পুনৰপি পক্ষী হেন বুলিল বচন ॥
দেৱ পিতৃ আৰো শ্ৰেষ্ঠ আছে যত মুনি।
আসম্বাৰ মুখে মই পূৰ্ব্বে আছো শুনি ॥ ৩১১৯৫
অতিথি পূজাৰ সম নোহে আন ধৰ্ম্ম।
এতেকে এৰিবো মই শৰীৰৰ মৰ্ম্ম ॥
শুনিয়ো অতিথি মোক কৰা অনুগ্ৰহ।
অতিথি পূজাৰ অৰ্থে এৰো ইটো দেহ ॥ ৩১১৯৬
এহি বুলি পক্ষী পাচে সাৱধান ভৈল।
প্ৰদক্ষিণে তিনিবাৰ অগ্নিক কৰিল ॥

হাস্য কৰি প্ৰতিজ্ঞা কৰিয়া আসৰিশ।
জ্বলন্ত অগ্নিত পাচে ভৈলন্ত প্ৰৱেশ ॥ ৩১১৯৭
সাম্প্ৰতে দেখিলা ব্যাধে পক্ষী কৈলা জাস।
চিন্তাযুক্ত হুয়া বোলে ভৈল সৰ্ব্বনাশ ॥
মই বৰ অজ্ঞানীয়ে কৰিলো কি কৰ্ম্ম।
পক্ষী জন্ম হুয়া কৰিলেক বৰ ধৰ্ম্ম ॥ ৩১১৯৮
মই বৰ ঘাতুক আতি অধৰ্ম্ম পৰায়।
আপুনাৰ কৰ্ম্মেৰে নিন্দিত ভৈল কায় ॥
জানিলোহো মোহোৰ সিজিল পাপচয়।
হুইলেক নৰক ঘোৰ নাহিকে সংশয় ॥ ৩১১৯৯

———

পক্ষীৰ আত্মাহুতিত ব্যাধৰ খেদ

**লেছাৰী**

ব্যাধ নিগদতি হৰি হৰি
কিনো মন্দমতি নযাওঁ মৰি
নভৈলেক ধৰ্ম্ম সিজিল সবে অধৰ্ম্ম
মোত পৰে নাহি নিদাৰুণ
প্ৰাণী হিংসা কৈলো সৰ্ব্বক্ষণ
ভাবি চালো এভো সিজিল সবে অকৰ্ম্ম ॥
দেৱতা ব্ৰাহ্মণ বেদপথ
নজানিলো ইটো কেনমত
শিশুকাল হন্তে কুকৰ্ম্মে কৰিলো ৰতি।
হাতে যন্ত্ৰ লৈয়া ঘোৰ বনে
পক্ষী মাৰি ফুৰো ৰাত্ৰি দিনে
অসংখ্য প্ৰাণীক বধিলোহো মন্দমতি॥৩১২০০
তাহাক বিক্ৰয় কৰো যাই
ধান্য তণ্ডুলক আনো পাই
ভাৰ্য্যা পুত্ৰ সমে আপুনি কৰো ভোজন।
যদ্যপি যাচকে মোৰ ঘৰে
যাচ্ঞা কৰে আতি দীৰ্ঘস্বৰে
মনে উঠে উৰ্ম্মি নেদোহো এগুটি কণ ॥
কি মই পামৰ মন্দবুদ্ধি
জন্মৰ নভৈল কিছো সিদ্ধি
বৃদ্ধ ভৈলো আমি আয়ু গৈল অকাৰণ।
জ্ঞান নাহি কিছো পক্ষী জাতি।
মনুষ্যৰ শ্ৰেষ্ঠ দেখো আতি
অতিথিত লাগি আপুনি দিলা জীৱন ॥৩১২০১

পক্ষীৰ আত্মোৎসৰ্গ আদৰ্শত ব্যাধৰ ক্ৰূৰকৰ্ম্ম পৰিত্যাগ ; স্বামীশোকত পক্ষিনীৰ বিলাপ আৰু সহগমন।

**পদ**

নিগদতি গাঙ্গেয় শুনিয়ো নৃপবৰ।
ব্যাধে যি কৰিল আৰে শুনা আতপৰ ॥
কপোত অগ্নিত জাস কৰিবাক দেখি।
কৃপায়ে ব্যাধৰ সলোকত ভৈল আখি ॥৩১২০২
মই মহা দুৰ্ব্বুদ্ধি ঘাতুকে কিবা কৈলো।
সাঙ্গোপাঙ্গে তল গৈলো জীৱন্তে মৰিলো ॥
এহিমতে আপোনাক নিন্দে বাৰম্বাৰ।
মই দুৰ্ব্বুদ্ধিৰ ভৈল জীৱন ধিকাৰ ॥ ৩১২০৩
শুভকৰ্ম্ম মানে মই সবাকে এৰিলো।
জীৱহিংসা কৰি ব্যাধকৰ্ম্ম আচৰিলো ॥
মই মহাপাতকী খুজিলো তাত অন্ন।
আপুনাৰ মাংস দিয়া ছাৰিল জীৱন ॥ ৩১২০৪
মোক ধৰ্ম্ম উপদেশ দিলন্ত কপোত।
এৰিলোহো প্ৰিয় প্ৰাণপুত্ৰ দাৰা যত ॥
শৰীৰৰ সুখ ভোগ এৰিলো সবাক।
নিশ্চয় কৰিলো মনে ইটো দৃঢ়বাক ॥ ৩১২০৫
যেন গ্ৰীষ্মকালত আদিত্য তাপ দিয়া।
বহুত জলক যত্ন কৰয় শুষিয়া ॥

ময়ো সেহিমতে শুষিবোহো শৰীৰক।
অস্থি-নাৰীসব ওলায়োক জকমক ॥ ৩১২০৬
ব্ৰত উপবাস মই কৰিবো বহুত।
যিমতে হুইবেক মোৰ পৰলোক হিত ॥
অতিথি পূজাত পক্ষী দেহ দান কৰি।
ধৰ্ম্ম দেখাইলেক সিটো মোহোক সাদৰি ॥৩১২০৭
শুনা কুন্তীসুত তুমি ধৰ্ম্ম মহীপাল।
ক্ৰূৰকৰ্ম্ম ব্যাধৰ এৰিয়া ততকাল ॥
জাল যন্ত্ৰ পঞ্জৰক দূৰ কৰি থৈলা।
পঞ্জৰত হস্তে কপোতীক মুক্ত কৈলা ॥ ৩১২০৮
এৰিলে সবাৰে মৰ্ম্ম স্থিৰ কৰি মন।
পাচে মহাপথে সিটো কৰিল গমন ॥
কপোতী যেখনে মুক্ত ভৈল পঞ্জৰৰ।
পাচে যি কৰিলা কথা শুনা নৃপবৰ ॥ ৩১২০৯
আপোনাৰ স্বামীক মনত স্মৰি স্মৰি।
শোকত বিহ্বলে কান্দে পৃথিৱীত পৰি ॥
কপোতী বদতি মোৰ কি ভৈল বিলাই।
মোক এৰি গৈলা শোকসাগৰে পেলাই ॥৩১২১০
তোমাৰ অপ্ৰিয় মই নকৈলো স্বপ্নত।
এভো নাথ মোক এৰি গৈলা কেনমত ॥
যদ্যপি হোৱয় নাৰী বহু পুত্ৰৱতী।
স্বামীহীন ভৈলে হোৱে ক্ষণেকে দুৰ্গতি ॥৩১২১১
বিধবা বুলিয়া শোক কৰে বন্ধুগণে।
বৃথা জন্ম জানা তাইৰ স্বামী অবিহনে ॥
লালনা কৰিছা মোক বহু মান্য কৰি।
ইসব সুমৰি নিদাৰুণী নযাওঁ মৰি ॥ ৩১২১২
মধুৰ বচন মোক বোলা বাৰম্বাৰ।
কটু-বাক্য তোমাৰ নপালো একাবাৰ ॥
প্ৰিয়বাক্যে সান্ত্বনা কৰাহা চাহি মুখ।
তযু সঙ্গে থাকি নবাঞ্ছোহো স্বৰ্গসুখ ॥ ৩১২১৩

ঝুনা

তোমাৰ শোকত ভৈলো জৰ্জ্জৰিত
চেতন গাৱত নাহিকে সাম্প্ৰত এ—
তুমি হেন স্বামী ইজন্মে ভৈলো বঞ্চিত।
গুণ তোমাসাৰ আছয় আপাৰ
মোৰ মুখে আৰ কৈ নপাওঁ পাৰ এ—
মই দুৰ্ভাগিনী পৰি ৰৈলো ইঠাৱত ॥
পৰ্ব্বত গহ্বৰে নদীৰ নিৰ্ঝৰে
দ্ৰুমৰ শিখৰে ক্ৰীড়িলো তোমাৰে এ—
ইসব থানত কৰিলো ৰঙ্গ বহুত।
তযু সঙ্গ কৰি আকাশক উৰি
যাওঁ ৰঙ্গ কৰি মোহোক সাদৰি এ—
হাস্য কৰি বাক্য বোলা নানামত ॥ ৩১২১৪
অমৃত সমান তব বাক্যগণ
শুনোহো যেখন হৰ্ষ মোৰ মন এ—
এভো হেন বাক্য শুনিবো মই কাহাৰ।
কিবা হেতু মোক দিলা ইটো শোক
দহে মোৰ বুক আৱে যা ইবো কৈক এ—
নিদাৰুণ বিধি চিন্তিলি কিহেতু মাৰ ॥
সুন্দৰ বদন চাহো সৰ্ব্বক্ষণ
দেখি মোৰ মন পীড়য় মদন এ—
মোহোৰ কামনা সিদ্ধি কৰা সেহিক্ষণ।
এবে কোনে হাসি সম্বোধিবে আসি
থাকিবে আশ্বাসি সমীপত বসি এ—
ইসব সুমৰি ধৰোহো কেনে জীৱন ॥ ৩১২১৫

পদ

মোৰ হাস্য লাস্য সুখ যতেক আছিল।
তোমাৰ লগতে নাথ সকলো গুচিল ॥
পিতৃ মাতৃ জানা ভ্ৰাতৃ আপুনাৰ সুত।
সংখ্যা কৰি দেয় দ্ৰব্য কৰি উপযুক্ত ॥ ৩১২১৬

স্বামীৰ যতেক দ্ৰব্য সবে আপুনাৰ।
ৰঙ্গে সুখভোগ কৰি ভুঞ্জো সাৰে সাৰ ॥
পৰক দিয়য় ৰঙ্গে আপুনিয়ো খায়।
তথাপিতো কেৱে কিছো বোলন্তায়ো নাই ॥ ,২১৭
হেন স্বামীদেৱ নিন্দয় কোন নাৰী।
তাইতো কৰি জানা নাৰী নাই দুৰাচাৰী ॥
স্বামী বিনে স্ত্ৰীৰ আৰো বন্ধু নাহি আন।
স্বামীসে পৰম সখা স্বামী নিজ প্ৰাণ ॥৩১২১৮
ধন ৰত্ন ঐশ্বৰ্য্যক এৰিয়া নিশ্চয়।
কেৱলে স্বামীকে স্ত্ৰীয়ে কৰিব আশ্ৰয় ॥
নিশ্চয়ে মোহোৰ কাৰ্য্য নাই ইহলোকে।
এৰিবো জীৱন নাথ তোমাসাৰ শোকে ॥৩১২১৯
যিটো শাস্তী স্ত্ৰীৰ জানা স্বামী হোৱে হীন।
কদাচিতো তাইৰ জানা নাহিকে জীৱন ॥
ধৰি আছো প্ৰাণ কেনে মই দুৰ্ভাগিনী।
প্ৰাণনাথ গৈল এৰি ভৈলো অনাথিনী ॥৩১২২০
মোক সঙ্গে লৈয়া যায়ো ঐ প্ৰাণনাথ।
তয্ প্ৰাণ প্ৰিয়া মোক নকৰা অনাথ ॥
মুহূৰ্ত্তেক মানে মোক নাছিলাহা এৰি।
এভো দেখো এৰি গৈলা একেশ্বৰী কৰি ॥৩১২২১
যদ্যপি থাকাহা মোক থানিক নেদেখি।
তাতেসে তোমাৰ সলোতক হোৱে আখি ॥
এভো কোনমতে প্ৰভু এৰি গৈলা মোক।
ইটো গুণ সুমৰি অধিকে বাঢ়ে শোক ॥৩১২২২
যদি কোনো দিনা মোৰ গাৱে হোৱে দুখ।
ক্ষণিতেকো নেৰা সঙ্গ ম্লান হোৱে মুখ ॥
ভোখে পীড়া কৰয় আকুল কৰে প্ৰাণ।
তভো চলি যোৱা মোক কৰি সন্নিধান ॥৩১২২৩
এভো প্ৰাণনাথ কেনে নমাতি৶া গৈলা।
ইহাক সুমৰি হৃদি দুই ফাল ভৈলা ॥

আত অনন্তৰে পাচে সেহিটো কপোতী।
স্বামীৰ ৰূপক তাই হৃদয়ত চিন্তি ॥৩১২২৪
শিৰত ধৰিয়া দুই স্বামীৰ চৰণ।
নিয়মিত হুয়া প্ৰৱেশিল হুতাশন ॥
পাচে তাই গৈয়া দেখিলেক আকাশত।
আপুনাৰ স্বামী বসি আছে বিমানত ॥৩১২২৫
কোটি সূৰ্য্য সম জ্বলে শৰীৰৰ কান্তি।
সৰ্ব্বগাৱে প্ৰকাশন্ত অলঙ্কাৰ পান্তি ॥
পূজা কৰি উপাসন্ত পুণ্যৱন্তগণে।
গাৱে প্ৰকাশয় মাল্য দেৱাঙ্গ বসনে ॥৩১২২৬
শত কোটি বিমানেৰে আছয় প্ৰকাশি।
চন্দ্ৰমাক বেঢ়ি যেন নক্ষত্ৰৰ ৰাশি ॥
হেনৰূপে কপোতে চাহিলা লক্ষ্য কৰি।
দেহা এৰি ভাৰ্য্যা আসে দিব্য ৰূপ ধৰি ॥৩১২২৭
ভাৰ্য্যাক দেখিয়া আতি আনন্দিত ভৈলা।
আশ্বাস কৰিয়া পাচে বিমানে তুলিলা ॥
পৰম আনন্দ ভৈল পুলকিত কায়।
ভাৰ্য্যাক সম্বোধি হেন বুলিলা শুনাই ॥৩১২২৮
জানা প্ৰিয়া তোমাক প্ৰশংসা কৰো আমি।
মোৰ সঙ্গে যি হেতু ভৈলাহা অনুগামী ॥
পাইলো আশ্চৰ্য্য তোমাসাৰ দেখি কৰ্ম্ম।
জানা প্ৰাণেশ্বৰি! আৰ্জ্জিলাহা বৰ ধৰ্ম্ম ॥৩১২২৯
তিনি কোটি অৰ্দ্ধ কোটি দেৱতাৰ বৰ্ষে।
সতীৰ শৰীৰে যত ৰোম সাৱশেষে ॥
এহি সংখ্যা কৰি স্বৰ্গভোগক ভুঞ্জয়।
স্বামীৰ লগত যিটো অনুগামী হয় ॥৩১২৩০
যেন বদিয়াৱে সৰ্প ধৰিয়া বলেৰে।
আজুৰিয়া গৰ্ত্তহন্তে শ্ৰমে বাজ কৰে ॥
সেহিমতে সতীয়ে স্বামীক উদ্ধাৰয়।
ভৰ্ত্তা সমে ৰঙ্গে গৈয়া স্বৰ্গক ভুঞ্জয় ॥৩১২৩১

এহি কথা কপোতে ভাৰ্য্যাৰ আগে কৈলা।
পৰম আনন্দে দুয়ো স্বৰ্গে চলি গৈলা॥
স্বৰ্গত বঞ্চিলা দুয়ো নানা ভোগ কৰি ।
ভাৰ্য্যা সমে কৌতুকতে নানা ক্ৰীড়া কৰি॥৩১২৩২

ব্যাধৰ সদ্‌গতি লাভ

আত অনন্তৰে কথা শুনা যুধিষ্ঠিৰ।
বিমানে পক্ষীক দেখি যি ভৈল ব্যাধৰ॥
পক্ষী শৰীৰত ভৈল হেনসে সম্পত্তি।
চিন্তিবে লাগিলা আপুনাৰ সদগতি॥৩১২৩৩
কেনে তপ কৰিয়া সাধিবো হেন গতি।
ইহাক ভাবিয়া থিৰ কৰিলেক মতি॥
অন্ন-জল শৰীৰৰ আশাক এৰিলা।
ইন্দ্ৰিয়ক দমি বায়ু ভক্ষিবাক গৈলা॥৩১২৩৪
হেনমতে গৈয়া এক পাইলা সৰোবৰ।
বিকশিত পদ্মগণ আছে নিৰন্তৰ॥
সুশীলত জল আতি দেখিতে নিৰ্ম্মল।
পাৰ ভৰি পূৰি আছে কৰে তলবল॥৩১২৩৫
জলচৰ পক্ষী সবে তাতে কৰে কেলি।
ৰাজহংস কোড়া কঙ্ক বক যে শৰালি॥
নানাবিধ জলহংস জল পাৰাৱত।
চক্ৰবাক সমে আনো পক্ষী যত যত॥৩১২৩৬
শাৰী শাৰী হুয়া ৰঞ্জি আছে ঠায় ঠায়।
জলপান কৰি সুললিত তেজে ৰাৱ॥
হেন সৰোবৰৰ উপমা নাহি ঠাই।
তৃষ্ণাতুৰজনে দৰ্শনতে তৃপ্তি পায়॥৩১২৩৭
তাহাৰ নিকটে এক আছে ঘোৰ বন।
আছে সিংহ ব্যাঘ্ৰ আদি হিংস্ৰ জন্তুগণ॥
হেন বনখণ্ড ব্যাধে সমীপে দেখিল।
মনক নিৰ্ভয় কৰি তাতে প্ৰৱেশিল॥৩১২৩৮
যেবে ব্যাধ গৈয়া ঘোৰ বন প্ৰৱেশিল।
কণ্টকে তাহাৰ গাত্ৰ জৰ্জ্জৰিত কৈল॥
শৰীৰ ঢাকিয়া তেজ বহে ধাৰাসাৰ।
তথাপিতো চেষ্টা নাহি তাহাৰ গাত্ৰৰ॥৩১২৩৯
ভ্ৰমিবে লাগিল সেহি নিৰ্জ্জন বনত।
তাহাত আছয় মাত্ৰ মৃগ অপৰ্য্যন্ত॥
পাচে একদিনা ভৈল বায়ুৰ আস্ফাল।
সেহিসে বনত বৰ লাগিল ঘঞ্চাল॥৩১২৪০
বায়ুৰ আন্দোলে বৃক্ষে লাগি ঘৰষণ।
উঠিল অগনি বন দহনৰ কাৰণ॥
প্ৰলয় কালৰ যেন অগনি পৰায়।
গিৰ্ গিৰ্ শবদতে প্ৰাণ উৰি যায়॥৩১২৪১
দহিবে লাগিল বৃক্ষ বন লতা যত।
অগ্নিৰ বাঢ়য় বল বায়ুৰ বলত॥
সেহি বনে আছিলেক পশু পক্ষী যত।
ভস্ম হৈয়া গৈল পাচে সেহি অগনিত॥৩১২৪২
হেনয় প্ৰচণ্ড বহ্নি ব্যাধে দেখি পাচে।
মনত আলচি মুহূৰ্ত্তেক মানে আছে॥
বোলে এহি অগনিত মই কৰো জ্ঞাস।
যতেক পাতক আছে সব কৰো নাশ॥৩১২৪৩
যেহি দিশে প্ৰচণ্ড অগনি আসে ধাই।
ব্যাধ চলি গৈল পাচে সেহি দিশ চাই॥
সেহি অগনিত সিটো প্ৰৱেশিল যাই।
মুহূৰ্ত্তেক নালাগিল পুৰি ভৈল ছাই॥৩১২৪৪
তাৰ যত পাপমানে সবে গৈল দূৰ।
বিমানত চৰি পাচে গৈল স্বৰ্গপুৰ॥
স্বৰ্গে প্ৰকাশয় সিটো দিব্য ৰূপধৰ।
দেৱতাৰ মধ্যে যেন দ্বিতী পুৰন্দৰ॥৩১২৪৫
তিনিয়ো স্বৰ্গক গৈল পুণ্য কৰ্ম্মফলে।
স্বৰ্গভোগ কৰি কৈল আপুনাৰ বলে॥

পূৰ্ব্বৰ বৃত্তান্ত ইটো কহিলো তোমাত।
ইহাৰ শ্ৰৱণে পুণ্য লভয় সাক্ষাত॥৩১২৪৬
ইটো ইতিহাস কথা যিবা জনে গায়।
তাহাৰ অশুভ মানে সবে দূৰে যায়॥
ভীষ্মে বোলে যুধিষ্ঠিৰ ইটো মহাধৰ্ম্ম।
স্মৰণে হৰয় গোহত্যা পাপ কৰ্ম্ম॥৩১২৪৭
ব্ৰহ্মবধ আদি যত মহাপাপচয়।
ইহাক খণ্ডাবে প্ৰতি শকতি আছয়॥
শৰণাগতৰ ত্যাগে নাহিকে নিষ্কৃতি।
নিশ্চয়ে বুজিবা যুধিষ্ঠিৰ মহামতি॥৩১২৪৮
শৰণাগতক ৰক্ষা যিবা জনে কৰে।
কহিবাৰ শক্য নাই তাহাৰ পুণ্যৰে॥
এতেকে শৰণাগত কৰিবে ৰক্ষণ।
অশ্বমেধ যজ্ঞ ফল লভিবা তেখন॥৩১২৪৯
শুনা সৰ্ব্বজন ইটো কথা মনোহৰ।
অমৃত সমান বাণী ভীষ্মৰ মুখৰ॥
কৰ্ণপথে কৰা পান পাপ যাউক ক্ষয়।
কৰ্ম্মজৰী ছিণ্ডি সম্পজিব জ্ঞানচয়॥৩১২৫০
দেখা পক্ষী জাতি স্বভাৱতে নাহি জ্ঞান।
অতিথিক লাগিগা আপুনি দিলা প্ৰাণ॥
আজন্ম প্ৰভৃতি ব্যাধে জীৱবধ কৈল।
কপোতক দেখি তাৰ জ্ঞান উপজিল॥৩১২৫১
যতেক পাতক তাৰ গৈলেক নিৰ্য্যাণ।
দেহা এৰি অক্ষয় স্বৰ্গত পাইল স্থান॥
এতেকে মনুষ্য জন্ম কৰিয়ো সাৰ্থক।
আন ধৰ্ম্ম এৰি কৰা আশ্ৰয় জ্ঞানক॥৩১২৫২
জ্ঞান ভৈলে ঈশ্বৰত সম্পজিব মতি।
অপ্ৰয়াসে তৰিবাহা সংসাৰ দুৰ্গতি॥
দ্বিজ লক্ষ্মীনাথে ভণে শুনা সৰ্ব্বলোক।
ৰাম হৰি বুলি তৰা সংসাৰৰ শোক॥৩১২৫৩

ব্ৰাহ্মণ আৰু গৃধ্ৰ-শৃগাল সম্বাদ কথন
আৰু মৃত ব্ৰাহ্মণপুত্ৰৰ জীৱনলাভ

ছবি

ভীষ্মৰ আগত তথা যুধিষ্ঠিৰে পুছে কথা
শুনিয়োক গঙ্গাৰ নন্দন।
কৈলা যিটো কথাচয় শুনিলো সকল মই
তথাপিতো স্থিৰ নুহি মন॥
পৰম চিৰায়ু তুমি শুনিছো দেখিছো আমি
সকল শাস্ত্ৰত আছে জ্ঞান।
কোন প্ৰাণী মৃত্যু হুইয়া পুনৰ্ব্বাৰ আছে জীয়া
দেখিছা শুনিছা কোন স্থান॥৩১২৫৪
হেন যদি পুছিলেক গঙ্গাসুতে বুলিলেক
শুনা কহো পাণ্ডুৰ সন্ততি।
ইতিহাস পুৰাতন কহিবো দিয়োক মন
মোৰ আৰে যথা লৰে মতি॥
গৃধ্ৰ আৰো শৃগালৰ আছয় সম্বাদ বৰ
তোমাত বুজাবো ভালমতে।
পূৰ্ব্বত ব্ৰাহ্মণ এক নৈমিষাত আছিলেক
পুত্ৰশোক লভিল তথাতে॥৩১২৫৫
দৈৱযোগে ব্ৰাহ্মণৰ ভৈলেক তনয় এক
পৰম শোভন ৰুচিকৰ।
স্নিগ্ধ আতি কলেৱৰ মুখ পূৰ্ণ শশধৰ
উপমাৰ নাহি পটন্তৰ॥
ভৈল দুই বৰ্ষ আসি কতো তোলে মৃদু হাসি
বচনতে বৰিষে অমৃত।
পিতৃ মাতৃ জ্ঞাতিচয় শুনিয়া আনন্দময়
সবাহানে ভৈল অনুৰক্ত॥৩১২৫৬
দৈৱযোগে গৈল মৰি কান্দয় সকলে বেঢ়ি
হা কৈক গৈলাহা পুত্ৰাই।
ভৈলেক বংশৰ ছেদ ইহাতে লাগয় খেদ
এহি বুলি সকলে চেঞাই॥
তুলি লৈল গলে বান্ধি চলিল সকলে কান্দি
পালে গৈয়া শ্মশান ওচৰ।

থলে নিয়া বুকে লৈয়া কান্দে দীৰ্ঘ উকি দিয়া
বাপু কেনে গৈলি যমঘৰ ॥৩১২৫৭
কত হিয়ে দিয়ে মুষ্টি ডাক ছাৰে উঠি উঠি
লোটালুটি পৰে পৃথিবীত।
এহিটো শ্মশানে ঘোৰ তোক থৈয়া একেশ্বৰ
এৰি গৃহে যাবো কোন সতে॥
শুনি সিটো কোলাহল আইল গৃধ্র ততকাল
বুলিলেক তাহাঙ্ক সম্বোধি।
শুনিয়ো মনুষ্যগণ মোৰ বাক্যে দিয়া মন
তোৰাসব কেন্নলে অবুদ্ধি ॥৩১২৫৮
এহি শ্মশানত কত স্ত্রী পুৰুষ অসংখ্যাত
ইহাতে সমস্তে ভৈলা ঠাই।
তথাপিতো কোনো নৰ জীৱ ধৰি পুনু ঘৰ
যাইবাক কাহাকো দেখো নাই॥
সিসব জনৰ কিবা বন্ধুজন নাছিলেক
মোহ কিবা নাছিল তাহাৰ।
কালত সকলো নৰ মৰি যায় যমঘৰ
তোৰা কেনে কৰা হাহাকাৰ ॥৩১২৫৯
দেখা ইটো জগতত সুখ দুখ নানা মত
জন্ম ভৈলে অৱশ্যে মৰণ।
যি সব আসিয়া আছা মৃতকৰ সঙ্গ কৰি
আয়ু সাঙ্গে যাইবেক জীৱন॥
এহি ঘোৰ শ্মশানত ভূত প্রেত অসংখ্যাত
ভয় জন্মে দেখি মনুষ্যৰ।
হেনয় থানত থাকি সবে বন্ধুগণ মিলি
দেখা নাই কাকো জীয়াইবাৰ ॥৩১২৬০
এহিসে মনুষ্যলোকে জন্ম ধৰি অৱশ্যেকে
প্রিয় বা যদিবা হোৱে অৰি।
আয়ুক্ষয় ভৈলা যাৰ দেখি আছো বাৰম্বাৰ
সকলোৱে যায় মৰি মৰি॥
পূৰ্ব্বত ঈশ্বৰে এহি পথক নিৰ্ম্মিয়া আছে
জীয়া কৈত আছে মৃত জন।
তুমি সব যাইবা মৰি মিছা আছা খেদ কৰি
কষ্ট এৰি হুয়ো স্বস্থমন ॥৩১২৬১

সিটো স্নেহ পৰিহৰি যাবা সবে ঘৰাঘৰি
দেখা সূৰ্য্য আসি ভৈল অস্ত।
গৃধ্রৰ বচন হেন শুনি পাচে বন্ধুগণ
শোক এৰি ভৈল মন স্বস্থ॥
মৃতক শিশুক সবে এৰি গৈল শ্মশানত
চলি আৰে ভৈল কতমান।
শিশু আৰে গৈল মৰি চলি যায়ো পৰিহৰি
আপুনাৰ যৈত নিজ থান ॥৩১২৬২
এহি বুলি চলি যায় যেহেন মৃতক প্ৰায়
ৰৈয়া কতো থাকয় থমকি।
ৰৈয়া আছে যেন মৰা ওলাইল গৰ্ত্তৰপৰা
দেখিলেক আগত জম্বুকী।
ধূম্রবর্ণ কলেৱৰ দেখি কাম্পে তৰতৰ
দেখি আসে সমীপ চাপিয়া।
শৃগালে বোলয় শুনা তোমৰা মনুষ্যগণ
তোমাসাৰ কিছো নাহি দয়া ॥৩১২৬৩
সূৰ্য্য নতু যায় অস্ত ভয়তে ভৈলেহি ত্রস্ত
জানি মূঢ় দুৰ কৰা ভয়।
কিবা অল্প কালে জীৱে জানা কিবা বহু কালে
স্নেহ কৰ জীৱাক পাৱয়॥
যেন কুশ দলি মাৰি পুত্ৰ স্নেহ পৰিহৰি
শ্মশানত পেলায়া তনয়।
বালকৰ ইটো জানা অমৃত সমান বাক্য
শুনি সব আনন্দ লভয় ॥৩১২৬৪

পদ

তনয়ে যেখনে মৃদু কৰয় ভাষণ।
তেখনে অমৃত পান কৰে বন্ধুগণ॥
শ্মশানে পেলায়া জানা হেন তনয়ক।
নিৰ্দ্দয় স্বৰূপে কেনে চলাহা গৃহক ॥৩১২৬৫
জ্ঞান শূন্য পশু পক্ষী আছে যত যত।
আপুনাৰ সুত তেহে দায়া অদভুত॥
তাহাতো অধিক স্নেহ নাহি মনুষ্যৰ।
ধিকাৰ মনুষ্য জাতি কি বৰ পামৰ ॥৩১২৬৬

পশুৰ সুতত জানা কিছো কাৰ্য্য নাই।
বৃদ্ধ পিতৃ মাতৃক নোপোষে সৰ্ব্বদায় ॥
মৰণ সময়ে কিছো শুশ্রূষা নকৰে।
পৰলোকে হিত কাৰ্য্য কিঞ্চিতো নাচৰে॥৩১২৬৭
তথাপি শিশুক স্নেহ কৰে অতিৰেক।
কিনো দায়াহীন মনুষ্যক ধিক ধিক ॥
কুলৰ বৰ্দ্ধক ইটো শোভন তনয়।
তাক ত্যাগ কৰি কেনে চলা মন্দাশয় ॥ ৩১২৬৮
চক্ষুৰ লোতক দেখো বহে চিৰকাল।
তথাপিতো তোৰাৰ স্নেহ নেদেখোহো ভাল ॥
যিবা জনে জানা আসি পৰে আপদত।
ক্ষীণ হুয়া ব্যাধিয়ে পীড়য় শৰীৰত ॥ ৩১২৬৯
শ্মশানাভিমুখ যিটো হৈবাক লাগয়।
আসম্বাক বন্ধুগণে সদা নছাড়য় ॥
বান্ধৱ থাকিলে তাৰ নাহিকে বিঘিনি।
কেনে এৰি গৈলি সুত একোকে নুগুণি ॥৩১২৭০
সকলো প্ৰাণীৰ জানা ভাৰ্য্যায়েসে প্ৰাণ।
ভাৰ্য্যা পুত্ৰ সম আৰ নাহি কেহো আন ॥
পশু পক্ষী জন্মতো ইহাতে স্নেহ বৰ।
আজিসে জানিলো নৰ বৰসে পামৰ ॥ ৩১২৭১
পদ্মপত্ৰ সম যাৰ দুগুটি নয়ন।
পূৰ্ণচন্দ্ৰ সম কান্তি যাহাৰ বদন ॥
মাল্য গন্ধ চন্দনে লেপিত কলেৱৰ।
বিবাহক সাজি যেন নেয় নৱ-বৰ ॥ ৩১২৭২
হেন তনয়ক কোন সতে এৰি আস।
দায়াৰে বৰ্জ্জিত হুয়া কৈক লাগি যাস ॥
জম্বুকৰ হেন বাণী যেখনে শুনিল।
মনুষ্যৰ গাৱে যেন মৰ্ম্ম চৰি গৈল ॥ ৩১২৭৩
পুত্ৰশোকে সবাহাৰে স্নেহ স্থহি মন।
পুনৰপি শ্মশানক কৰিলা গমন ॥

শৱৰ সমীপে যেৱে মনুষ্য আসিল।
তাক দেখি গৃধ্ৰে হেন বুলিবাক লৈল ॥ ৩১২৭৪
কি বৰ আশ্চৰ্য্য জম্বুকৰ কথা শুনি।
লুব্ধক অলীক সিটো স্বভাৱে আপুনি ॥
তাৰ বাক্য শুনি কেনে আসিলা পালটি।
হীন জন বাক্যে সন্তে সদা খায় ঘাটি ॥ ৩১২৭৫
কুমাৰৰ শৰীৰত পঞ্চপ্ৰাণ নাই।
নাহিকয় চেষ্টা ভৈল শুষ্ককাষ্ঠ প্ৰায় ॥
তোমাসবে কেনে অনুশোচ কৰা আক।
ইকথা এৰিয়া চিন্তা কৰা আপুনাক ॥ ৩১২৭৬
এতেকে ইকথা এৰি শুনিয়োক নৰ।
পাপ ক্ষয় যাউক গৈয়া তপস্যা আচৰ ॥
তপস্যাত সিদ্ধি হুইব সকলো কৰ্ম্মৰ।
মন স্বস্থ কৰিয়া বিলাপ পৰিহৰ ॥ ৩১২৭৭
যেৱে জন্ম ধৰয় পুৰুষ মহাভাগে।
জানাহা অনিষ্ট ভাগ্য জন্মে একেলগে ॥
দুষ্কৰ্ম্মৰ ফলেসে বালক গৈল মৰি।
সবে স্বস্থ হুয়ো ইটো খেদ পৰিহৰি ॥ ৩১২৭৮
গো আদি ধন ৰত্ন অপত্য সুৱৰ্ণ।
তপস্যাতে জানা ইটো হোৱে উৎপন ॥
পূৰ্ব্ব জনমতে যিবা কৰ্ম্মক আচৰে।
সুখ দুখ ভোগ কৰে সেহি অনুসাৰে ॥ ৩১২৭৯
পূৰ্ব্ব জন্ম অনুসাৰে পিতা পুত্ৰগণ।
প্ৰাৰব্ধৰ ফলে সবে কৰয় গমন ॥
শুভকৰ্ম্মফলে গৈয়া পাৱে সদলোক।
অশুভ কৰ্ম্মৰ ফলে কৰে নৰ্ক ভোগ ॥ ৩১২৮০.
পুত্ৰৰ মৰণে পিতৃ নযায় লগত।
পুত্ৰয়ো লগত নযায় কৈলো স্বৰূপত ॥
জানা এহিৰূপে শুভ অশুভ কৰ্ম্মেৰে।
গমন কৰয় ইটো প্ৰাণী নিৰন্তৰে ॥ ৩১২৮১

ইটো পুত্ৰস্নেহ আক জানিয়া অকৰ্ম্ম।
ইহাক এৰিয়া আচৰিয়ো তপ ধৰ্ম্ম॥
দেৱতা ব্ৰাহ্মণে গৈয়া কৰ বিতৰণ।
ভক্তি কৰি নানা ভাৱে সেৱিয়ো চৰণ॥ ৩১২৮২
এহি হেতু শুভকৰ্ম্ম হুইব উতপন্ন।
পুত্ৰস্নেহ এৰি শীঘ্ৰে কৰিয়ো গমন॥
শুভ বা অশুভ কৰ্ম্ম আচৰে মনুষ্যে।
তাৰ ফল ভোগ সিটো কৰিব অৱশ্যে॥ ৩১২৮৩
তাৰ ভাগ কিঞ্চিতো নপাৰে বন্ধুগণ।
নিজ স্থানে চল আৰ হুয়া নিৱৰ্ত্তন॥
যদি প্ৰিয় জনৰ যদ্যপি হোৱে অন্ত।
বান্ধৱে আনিয়া পেলাৱয় শ্মশানত॥ ৩১২৮৪
চক্ষুৰ লোতক আসি পৰে সৰ সৰি।
স্নেহ ত্যাগ কৰি পুনু যায় ঘৰাঘৰি॥
পণ্ডিত হোৱয় যদি হোৱে মূৰ্খ জন।
হোৱে লক্ষ্মীযুক্ত এভো হোৱয় নিৰ্ধন॥৩১২৮৫
কালবশ হুয়া চলি যায় যমালয়।
শুভাশুভ কৰ্ম্ম মাত্ৰ সঙ্গত চলয়॥
যৌৱন বালক বৃদ্ধ আৰো গৰ্ভগত।
প্ৰবেশ হোৱয় কাল সমস্ত জন্তুত॥ ৩১২৮৬
কালৰ অধীন জানা সমস্তে জগত।
হেন জানি এৰা স্নেহ মৃতক পুত্ৰত॥
গৃধ্ৰৰ বচন শুনি যত বন্ধুজন।
পুত্ৰ স্নেহ এৰি চলিবাক কৈলা মন॥ ৩১২৮৭
গৃধ্ৰৰ বাক্যত চলি যায় বন্ধুজন।
দেখিয়া জম্বুকে পাচে বুলিলা বচন॥
দেখিলো আশ্চৰ্য্য মই কিনো অদভুত।
এৰিলিহি স্নেহ কেনে গৃধ্ৰৰ বাক্যত॥ ৩১২৮৮
হেন যদি নৰলোক স্নেহশূন্য ভৈল।
জানিলোহো শূন্য হুইব ধৰণী মণ্ডল॥

মনুষ্যৰ শোকে মানে জানিলো এখন।
স্নেহ এৰি কেনমতে যাহা যে এখন॥ ৩১২৮৯
আজিসে জানিলো মই মনুষ্যৰ শোক।
মিছাতেসে শোক কৰি ভাণ্ডা সবে লোক॥
তোমাসাৰ তনয়ত দেখি বৰ স্নেহ।
নকান্দতে মোহোৰ চক্ষুৰ বহে লোহ॥ ৩১২৯০
কোন ভাগ্যৱন্তে আসি শুনিছো পূৰ্ব্বত।
মৃতক প্ৰাণীক জীয়াই আছে কদাচিত॥
পুত্ৰক এৰিয়া কেনে চল নিজ ঘৰ।
সবে মিলি কিছোমান পুৰুষাৰ্থ কৰ॥ ৩১২৯১
দৈৱে ভৈলে অৱশ্যেকে জীৱেক সন্ততি।
কৰ পুৰুষাৰ্থ সবে থিৰ কৰি মতি॥
দৈৱ পুৰুষাৰ্থ জানা যৰঞ্জা সদায়।
পুৰুষাৰ্থ নকৰিলে কিছোকো নপায়॥ ৩১২৯২
পুৰুষাৰ্থ কৰিবাৰ যৈত থাকে ঠাই।
তাতে দৈৱ থাকে হেন জানা অভিপ্ৰায়॥
যিবা কাৰ্য্য পুৰুষাৰ্থে কিছো নঘটয়।
তাহাতেহে জানিবাহা দৈৱ নাহিকয়॥ ৩১২৯৩
তোমাসাৰ পুৰুষাৰ্থ কিছো কাল আছে।
পুৰুষাৰ্থ কৰা কিবা পুত্ৰ জীয়ে আছে॥
পুৰুষাৰ্থী জনৰ সদায়ে হোৱে সুখ।
পুৰুষাৰ্থশূন্য যিটো মুগুচয় দুখ॥ ৩১২৯৪
এতেকে প্ৰযত্ন কৰি কৰা সবে শোক।
হেন পুত্ৰ এৰি কেনে চলহ গৃহক॥
আপুনাৰ মাংস পুত্ৰ লভয় আপুনাৰ।
পুত্ৰে অৰ্দ্ধ শৰীৰ জানাহা নিষ্টে সাৰ॥৩১২৯৫
শ্মশানে এৰিয়া দেখো হেন তনয়ক।
পৰম নিৰ্দ্দয় ভাৱে চলহ গৃহক॥
তোমাসাত কৰি কেহো নিদাৰুণ নাই।
অনুমানে সবাৰে বুজিলো অভিপ্ৰায়॥৩১২৯

যদি সূৰ্য্য অস্ত যায় হোৱে সন্ধ্যা আসি।
জীয়ে যদি পুত্ৰে কোলে লৈয়া যাবা হাসি ॥
তভো নিৰ্জীৱয় আৰে তোমাসাৰ সুত।
যেহি লাগে কহ সবে বুজিয়া যুগুত ॥ ৩১২৯৭
জম্বুকৰ বচনত মৰ্ম্ম ভেদ কৈলা।
দুনাই মনুষ্য গাৱে শোক জ্বলি গৈলা ॥
শোকতে গাৱত কাৰো নাহিকয় জ্ঞান।
যৈত পুত্ৰ আছে পুনু গৈল সেহি থান ॥ ৩১২৯৮
হেন দেখি গৃধ্ৰে পাচে ভাবিব লাগিল।
মনুষ্যকে শুনাই হেন বুলিবে লাগিল ॥
গৃধ্ৰে বোলে শুনা অৰে বচন মোহোৰ।
অদ্যাৱধি ভৈল মোৰ সহস্ৰ বৎসৰ ॥ ৩১২৯৯
স্ত্ৰী-পুংস-নপুংসক যত মৃত জন।
মাৰিয়া জীৱাক নেদেখিলো একোজন ॥
গৰ্ভত মৰিয়া কত জন বাঞ্ঝ হয়।
জন্ম মাত্ৰকতে কেহো যায় যমালয় ॥ ৩১৩০০
যুৱা হুয়া বিক্ৰম কৰয় অসংখ্যাত।
হেন জন মৰিবাৰ দেখিছো আগত ॥
তথাপিতো জীৱাৰ কাহাকো দেখা নাই।
বৃথাতে আছাহা কেনে গৃহক নযাই ॥ ৩১৩০১
অনিত্য জানিবা ইটো সবাৰে জীৱন।
আয়ু নষ্ট ভৈলে আসি মিলয় মৰণ ॥
আৰো দেখা বৃক্ষ লতা আছে যত যত।
আয়ু নষ্ট ভৈলে সবাহানে সমা পত ॥ ৩১৩০২
যদি স্বামী ভাৰ্য্যা পুত্ৰ হোৱয় সুহৃদ।
শোকে দগ্ধ হুয়া আতি কৰে মহা খেদ ॥
তথাপিতো ইথানত কেহো থাকা নাই।
মৰ্ম্মে দগ্ধ হুয়া ঘৰাঘৰি চলি যায় ॥ ৩১৩০৩
শত্ৰু মিত্ৰ ইষ্ট যদি হোৱে বন্ধু জন।
তভো ত্যাগ কৰি গৃহে কৰয় গমন ॥
দেখা ইটো শিশুৰ গাৱত তেজ নাই।
নাহিকে চেতন ইটো ভৈল নষ্ট প্ৰায় ॥ ৩১৩০৪
যদি কৰ্ম্ম কৰিবে তোমাৰ আছে মন।
শীঘ্ৰে অগ্নি আনি আক কৰিয়ো দহন ॥
ইটো দেহ এৰি নবীনক কৈলা ইচ্ছা।
স্নেহ শোক দায়া তোমাসাৰ সবে মিছা ॥ ৩১৩০৫
হিয়ে মুষ্টি মাৰি যিটো কৰি আছা শোক।
দীৰ্ঘস্বৰে ক্ৰন্দন কৰিছা অতিৰেক ॥
ইসব নেদেখে সবে মেলিয়া নয়ন।
কৰ্ণেয়ো নুশুনে জানা তোমাৰ ক্ৰন্দন ॥ ৩১৩০৬
কাষ্ঠপ্ৰায় ইসব কেনে আছাহা আৱৰি।
ব্যৰ্থ শ্ৰম কৰা কেনে যায়ো পৰিহৰি ॥
জ্ঞানযুক্ত বাক্য শুনি গৃধ্ৰৰ মুখত।
স্নেহ এৰি স্বস্থ ভৈল তাৰ বন্ধু যত ॥ ৩১৩০৭
গৃধ্ৰৰ বচনে জ্ঞাতিগণ ফিৰি গৈল।
দেখিয়া জম্বুকে পাচে বুলিবাক লৈল ॥
তপ্ত সুৱৰ্ণৰ সম বৰ্ণ শৰীৰৰ।
অলঙ্কাৰে মণ্ডি আছে দেখিতে ৰুচিৰ ॥ ৩১৩০৮
পিতৃৰ জানিলো আতে জল পিণ্ডে আশ।
হেন তনয়ক এৰি কৈক লাগি যাস ॥
এখনে জানিলো সবে মনুষ্যৰ জ্ঞান।
গৃধ্ৰৰ বাক্যত মনে মানিলি প্ৰমাণ ॥ ৩১৩০৯
দেখোহো এখনে যেন দুখ শোক নাই।
গৃহে গৈলে তাপ শোক বাঢ়িবে দুনাই ॥
আগে শুনি আছো মই কথা স্বৰূপত।
নামত জম্বুকসূত্ৰ আছিলা পূৰ্ব্বত ॥ ৩১৩১০
অজ্ঞানত মাৰিলেক ব্ৰাহ্মণৰ সুত।
পাচে জ্ঞান লভি সিটো ভৈলেক বিস্মিত ॥
পাচত নগৈলো বুলি কৰিলা ক্ৰন্দন।
বনত ভ্ৰমন্তে ৰামে পাইলা দৰিশন ॥ ৩১৩১১

দেখিলেক ৰামে তাৰ দুৰ্যোৰ বিলাপ।
তাতে তুষ্ট ভৈল প্ৰভু জগতৰে ৰাপ ॥
তুষ্ট হুই ৰামে পাচে তাক বৰ দিলা।
বৰদানে বিপ্ৰসুত উঠিয়া বসিলা ॥ ৩১৩১২
সেহি এক জীয়া আছে আমি আছো শুনি।
আৰো এক কহো কথা শুনিয়ো আপুনি ॥
পূৰ্ব্বে শ্বেত নামা আছিলেক ৰাজঋষি।
নাহিকয় পুত্ৰ বৃদ্ধকাল ভৈল আসি ॥ ৩১৩১৩
বৃদ্ধ বয়সত এক ভৈলেক তনয়।
পৰম সুন্দৰ সুত আতি শোভনয় ॥
অদৃষ্টৰ ফলে শিশুকালে গৈল মৰি।
জ্ঞাতিগণে সমে ৰাজা কান্দন্ত আৰৱি ॥ ৩১৩১৪
পৰম বিহ্বল ৰাজা গাৱে নাহি তত।
হিয়ে মুষ্টি হানি কান্দে পুত্ৰৰ শোকত ॥
আতি উচ্চৈস্বৰ কৰি কৰয় ক্ৰন্দন।
ক্ৰন্দনৰ ধ্বনিত নাৰদ উপসন্ন ॥ ৩১৩১৫
পৰম দয়ালু ঋষি হৰি পটন্তৰ।
বৰ দিয়া জীয়াইলন্ত ৰাজাৰ কুমাৰ ॥
ঋষিৰ প্ৰভাৱে ৰাজা লভিল তনয়।
ইয়ো এটি কথা পূৰ্ব্বে শুনি আছো মই ॥ ৩১৩১৬
দেখা তোমাসাৰ পুত্ৰ যেন পূৰ্ণচন্দ্ৰ।
ফিৰি গৈয়া বৰ কৰি সবে বেঢ়ি কান্দ ॥
দেৱতা ঋষিয়ে কিবা আসিয়া নিশ্চয়।
বৰ দিয়া জীয়ায় কিবা তোমাৰ তনয় ॥ ৩১৩১৭
জম্বুকৰ হেন বাক্য শুনি তেতিক্ষণ।
পুনু ফিৰি গৈল পাচে শৱ সন্নিধান ॥
সেহি শৱগোটক সবেয়ো ধৰি ধৰি।
কান্দিবে লাগিল শোকে আৰৱি আৰৱি ॥ ৩১৩১৮
হেন দেখি গৃধ্ৰে পাচে বুলিল বচন।
অকাৰণে শ্মশানত কৰস ক্ৰন্দন ॥
শৱক ধৰিছা কেনে মিছাতে সাৱটি।
যমৰ আদেশে দীৰ্ঘ আসিছে ঘুমটি ॥ ৩১৩১৯
যাৱে জীয়ে মানে যদি ক্ৰন্দন কৰস।
কদাচিতো মৃতক জনক নলভস ॥
অনেক মৃতক আমি দেখিছো এখন।
শোক দুখ কৰি এৰি যায় বন্ধুগণ ॥ ৩১৩২০
অশৌচ অৱধি শোক থাকে শৰীৰত।
মায়ায়ে মোহিত হুয়া নপৰে মনত ॥
যিটো দেহ আৱে ত্যাগ কৰিয়া থাকয়।
সিটো দেহ পুনৰ্ব্বাৰ আসি নলভয় ॥ ৩১৩২১
এনয় জম্বুকে কয় সহস্ৰ প্ৰমাণে।
তথাপিতো শিশু ইটো নিজীয়ে পৰাণে ॥
যদি ব্ৰহ্মা বিষ্ণু ৰুদ্ৰ আসয় সত্বৰ।
তুষ্ট হৈয়া এসম্বে আসিয়া দেয় বৰ ॥ ৩১৩২২
তেবেতো জীৱয় যদি তোমাৰ তনয়।
অন্যৰূপে জীৱ হেন মনে নধৰয় ॥
চক্ষুৰ লোতকে যদি তিতয় ধৰণী।
বহুকাল কান্দে যদি হিয়ে মুষ্টি হানি ॥ ৩১৩২৩
তথাপি নিজীয়ে পুত্ৰ জানাহা সম্প্ৰতি।
শোক এৰি সমস্তে হুয়োক স্বস্থ মতি ॥
মইসে শৃগালে যত কৰিছো কথন।
জিজ্ঞাসি চাহিয়ো আৰ থিৰ কৰি মন ॥ ৩১৩২৪
কোন ধৰ্ম্ম কহিছে অধৰ্ম্ম কোন হয়।
ভালমতে বুজি আৰ মোৰা অভিপ্ৰায় ॥
যিটো প্ৰাণী হোৱে তাৰ কহো অভিপ্ৰায়।
পৰৰ অপ্ৰিয় নকৰয় সমুদায় ॥ ৩১৩২৫
পৰ স্ত্ৰীক হিংসা নকৰয় কদাচিত।
আশ্ৰয় নকৰে সমুদায় পৰ বিত ॥
কটুবাক্য আবাৰেক নোলায় মুখত।
অসত্য নভাষে সদা ধৰ্ম্মভেসে ৰত ॥ ৩১৩২৬

ধৰ্ম্ম সত্য শুভকাৰ্য্য আচৰিবা ন্যায় ।
সকল প্ৰাণীত দায়া হুইবে সৰ্ব্বদায় ॥
কপট ৰহিত হুইব নহৈব দুৰ্জ্জন ।
পিতৃ-মাতৃ-চৰণ নমিব সৰ্ব্বক্ষণ ॥ ৩১৩২৭
পিতৃ-মাতৃ-বান্ধৱক জীৱন্তে নেদেখে ।
তাৰ ধৰ্ম্ম বিপৰ্য্যয় বুলি গান্তে লেখে ॥
চক্ষুৰে নেদেখে যিটো নুশুনয় কৰ্ণে ।
মৰি পৰি আছে যিটো পৰিয়া শ্মশানে॥৩১৩২৮
তাৰ আগে অকাৰণে নকৰা ক্ৰন্দন ।
আক এৰি গৃহে গৈয়া হুয়ো স্বস্থমন ॥
হেন যদি বাক্যচয় শুনিলে গৃধ্ৰৰ ।
পুত্ৰস্নেহে সমস্তৰে দগ্ধ কলেৱৰ ॥ ৩১৩২৯
শ্মশানত পুত্ৰক এৰিয়া তেতিক্ষণ ।
আপুন ভৱনে চলিবাক গৈল মন ॥
দেখিয়া জম্বুকে হেন বুলিলে শুনাই ।
মনুষ্যৰ সম কেহো নিদাৰুণ নাই ॥৩১৩৩০
সকল প্ৰাণীৰ মাত্ৰ কৰ নিৰবন্ধন ।
ইষ্ট মিত্ৰ বন্ধুগণ নাই কোনজন ॥
দায়াহীন সৰ্ব্বদায় জানিলো অসতী ।
ভালমন্দ স্বৰূপক নুবুজো সম্প্ৰতি ॥৩১৩৩১
এহিটো নৰৰ ভাব দেখি সৰ্ব্বদায় ।
মুহূৰ্ত্তেকো থাকিবাৰ মোৰ ইচ্ছা নাই ॥
তোমাসাৰ ধিক্কাৰ থাকোক নৰলোক ।
গৃধ্ৰবাক্যে যাইতে খোজা এৰি পুত্ৰশোক॥৩১৩৩২
জানিলো তাপিত ভৈল পুত্ৰৰ শোকত ।
যেয়ে যিবা কহে সদা তাতে ভ্ৰমে চিত্ত ॥
দেখ গৃধ্ৰ জাতি সবাহাতে গৰিহিত ।
নেৰিবিহি পুত্ৰশোক তাহাৰ বাক্যত ॥ ৩১৩৩৩
পক্ষীত অধম ইটো গৃধ্ৰ পাপাশয় ।
কৈত শুনি আছে জ্ঞান তোমাসাত কয় ॥
আপুনাৰ কাৰ্য্যে সিটো দেখাৱে পণ্ডিত ।
তাত কৰি আন কেহো নাহি দুষ্ট চিত্ত॥৩১৩৩৪
তাৰ বাক্যে পুত্ৰ স্নেহ এৰাহা কিসক ।
কিছো কাল থাকা সবে নযাইবা গৃহক ॥
সুখৰ অন্তত দুখ আসিয়া মিলয় ।
দুখৰ পাচত সুখ মিলে অভ্যুদয় ॥ ৩১৩৩৫
এহি সংসাৰত সুখ দুখেৰে অন্বিত ।
কেৱলে দুখত প্ৰাণী নথাকে কাচিত ॥
যেহিটো তনয়ে কৰে কুলক প্ৰকাশ ।
হেন তনয়ক কোন সতে এৰি যাস ॥৩১৩৩৬
দেখে ইটো বালক মৰিয়া আছে পৰি ।
তাৰ কান্তি প্ৰকাশ কৰয় বসুন্ধৰী ॥
শুতিয়া আছয় যেন মোৰ মনে লয় ।
অৱশ্যে জীৱেক পুত্ৰ নাহিকে সংশয় ॥ ৩১৩৩৭
বিনাশৰ হেতু আৰ নাহি কিঞ্চিতেক ।
তোমাসাৰ সুখ মিলিবেক অৱশ্যেক ॥
পুত্ৰশোকে সন্তাপিত হৈয়া আছে প্ৰাণ ।
হুইব তোমাসাৰ পাচে সুখৰ বিধান ॥ ৩১৩৩৮
কৈক এৰি যাস মূঢ় হেন তনয়ক ।
জানিলো অৱশ্যে নৰ বুদ্ধিত অল্পক ॥
ভীষ্মে বোলে শুনা যুধিষ্ঠিৰ মহীপাল ।
আত্ম হেতু অতমান কহয় শৃগাল ॥৩১৩৩৯
দিবসত গৃধ্ৰৰ জানিবাহা নিজ বল ।
ৰাত্ৰি ভৈলে হোৱে জানা শৃগালৰ ছল ॥
অমৃত সমান বাক্য কহে দুয়োজন ।
এৰিবে নপাৰে জানা মনুষ্য শ্মশান ॥ ৩১৩৪০
আত অনন্তৰে গৃধ্ৰে বোলে মনুষ্যক ।
দেখা প্ৰেতস্থান ইটো বৰ ভয়ানক ॥
যক্ষ যে ৰাক্ষস আৰো ভ্ৰময় ইহাত ।
ভূত প্ৰেত পিশাচৰ নিবাস সাক্ষাত ॥ ৩১৩৪১

কৃষ্ণবৰ্ণ থান ইটো দেখিতে দাৰুণ।
পেচক পক্ষীৰ ৰাৱ শুনি সৰ্ব্বক্ষণ ॥
ঘোৰতৰ বন গাৱ কাম্পে তৰতৰ।
শীঘ্ৰে গৃহে গৈয়া সবে প্ৰেতকাৰ্য্য কৰ ॥ ৩১৩৭২
আকশত শেন পক্ষী সকলৰ নাদ।
চতুৰ্দ্দিশে কৰে দেখা শৃগালে সম্বাদ ॥
সূৰ্য্য অস্ত নতু হন্তে আৰ হোৱা বাজ।
গৃহে গৈয়া পুত্ৰৰ কৰিয়ো প্ৰেতকাৰ্য্য ॥ ৩১৩৪৩
সূৰ্য্য অস্ত গৈলে আসি হুইবেক আন্ধাৰ।
সিংহব্যাঘ্ৰগণে নাদ কৰিবে আপাৰ ॥
চিতাধূমে বৃক্ষচয় দেখি কৃষ্ণবৰ্ণ।
নিৰাহাৰ প্ৰেতগণ ভ্ৰমে এহি থান ॥৩১৩৪৪
খাওঁ খাওঁ বুলিয়া তেজিবেক আটাস।
দেখি তোমাসাৰ মনে মিলিবেক ত্ৰাস ॥
আন নাহি সকলে মাংস যে ফুৰে খাই।
বিকৃত আকাৰে খেদি আসিবেক ধাই॥৩১৩৪৫
মোহোৰ বচন শুনা আৰে অভিপ্ৰায়।
কহিলো তোহোত আক জানিবা নিশ্চয় ॥
তোমাসাৰ মহাভয় হৈব উপস্থিত।
মোৰ বাক্যে সকলে কৰিয়া দৃঢ় চিত্ত ॥ ৩১৩৪৬
কাষ্ঠপ্ৰায় ভৈল দেখো শিশুৰ শৰীৰ।
ইহাতে প্ৰমাণ লৈয়ো বাক্যে জম্বুকৰ ॥
চলিয়োক গৃহে সবে এৰি পুত্ৰশোক।
কহিছে সকলে মিছা জানাহা জম্বুক ॥৩১৩৪৭
হেন শুনি গৃহে চলিবাক কৈলা মন।
দেখিয়া জম্বুকে পাচে বুলিল বচন ॥
শৃগাল বদতি শুনিয়োক নৰচয়।
যাৱত আদিত্য থাকে নকৰিবা ভয় ॥ ৩১৩৪৮
সূৰ্য্য থাকে মানে স্নেহ নেৰিবা পুত্ৰৰ।
পুত্ৰক এৰিয়া সবে ক্ৰন্দন আচৰ ॥

এহি ঘোৰ শ্মশানত কহিলোহো আৰ।
নিশ্চয়ে জানিবা ভয় নাহিকে তোমাৰ ॥৩১৩৪৯
পৰম সৌভাগ্য ইটো জানাহা শ্মশান।
পিতৃসকলৰ আতে হৈয়াছে নিৰ্য্যাণ ॥
যাৱত আদিত্য নপাৱয় অস্তাচল।
তাৱত কিঞ্চিত ভয় নকৰা সকল ॥ ৩১৩৫০
গৃধ্ৰবাক্যগণক নলৈবা সমুদায়।
যদি সেহি বাক্য লোৱা নিজীয়ে তনয় ॥
ভীষ্ম নিগদতি শুনা ধৰ্ম্মৰ নন্দন।
ক্ষুধাতুৰ হুয়া দুয়ো বোলয় বচন ॥ ৩১৩৫১
স্বকাৰ্য্যত দগ্ধ দুই গৃধ্ৰ যে শৃগাল।
মৃতকৰ বন্ধুক বোলয় ভালে ভাল ॥
পৰম পণ্ডিত দুয়ো কুশল শাস্ত্ৰত।
শাস্ত্ৰক আলম্বি বাক্য বোলে নানা মত ॥৩১৩৫২
অমৃত সমান বাক্য দুহান্তৰ বোল।
খণো এৰি যান্ত পুত্ৰ খণো চাপে কোল ॥
বুদ্ধিত চতুৰ দুয়ো জ্ঞানেৰে সম্পূৰ্ণ।
শিশুৰ বন্ধুৰে দুয়ো ভ্ৰমাই আছে মন ॥ ৩১৩৫৩
এহিমতে জ্ঞাতিগণে কৰয় ক্ৰন্দন।
শোকত ব্যাকুল হুইয়া ৰৈলা সেহি স্থান ॥
এহিমতে দুয়ো যেবে আছে বিবাদত।
ৰজনী মিলিল আসি সূৰ্য্য ভৈল অস্ত ॥ ৩১৩৫৪
শুনা যুধিষ্ঠিৰ পাচে আত অনন্তৰ।
পাৰ্ব্বতী সহিত আসি মিলিল শঙ্কৰ ॥
দেখি ভগৱতী পাছে মনুষ্যৰ ক্লেশ।
হিয়ে মুষ্টি হানি কান্দে আউল জাউল কেশ॥'৫৫
দেখিয়া দেবীৰ বৰ দায়া উপজিল।
শঙ্কৰক চাহি হেন বচন বুলিল ॥
দেখা দেখা প্ৰভু ইটো দুখ মনুষ্যৰ।
পুত্ৰশোকে ব্যাকুল হুইয়া কলেৱৰ ॥ ৩১৩৫৬

শ্মশানে পেলাই আত গৃহক নযায়।
মৃতকৰ লগে ভৈল মৃতক পৰায়॥
তুমি কৃপাসিন্ধু তুমি আৰো দায়াময়।
ভূত ভবিষ্যত প্ৰভু তোমাত আছয় ॥৩১৩৫৭
জগত ঈশ্বৰ তুমি পুৰুষ প্ৰধান।
ভূত দায়াৱন্ত প্ৰভু তুমি নাৰায়ণ॥
চৰাচৰ প্ৰাণীৰ তুমিসে নিজ গুৰু।
ভূতসকলৰ প্ৰভু তুমি কল্পতৰু॥৩১৩৫৮
এতেকে তোমাৰ পাৱে কৰোহো বিনয়।
বৰদানে জীয়ায়োক ইহান তনয়॥
দেৱীৰ বচন হেন শুনি শূলপাণি।
চিত্ত আৰ্দ্ৰ ভৈল নয়নৰ পৰে পানী॥৩১৩৫৯
মনুষ্যক শুনাই হেন বুলিল সত্বৰ।
বৰ লহ হেৰা মই আসিছো শঙ্কৰ॥
শিৱৰ বচন শুনি সচকিত ভৈলা।
আথ বেথ কৰি সবে মাথা তুলি চাইলা॥৩১৩৬০
বৃষভ বাহনে হৰ পাৰ্ব্বতী সঙ্গত।
সঙ্গে আসি আছে ভূতগণ অপৰ্য্যন্ত॥
দণ্ডৱতে পৰি সবে কৰিল সেৱলি।
বিনয়ে বুলিবে লৈলা জুৰি কৃতাঞ্জলি॥৩১৩৬১
প্ৰণামো শঙ্কৰ নমো নমো পশুপতি।
পাৰ্ব্বতীবল্লভ নমো অগতিৰ গতি॥
নমো নমো ভোলানাথ নমো ত্ৰিনয়ন।
ডম্বৰুবায়ক নমো বৃষভবাহন॥৩১৩৬২
তোমাৰ চৰণে প্ৰভু কৰোহো বিনয়।
গোষ্ঠীৰ মধ্যত ভৈল এগুটি তনয়॥
আমাৰ অদৃষ্টে তান হৰাইল প্ৰাণ।
শবৰ লগত পৰি আছো এহি থান॥৩১৩৬৩
গৃহক যাবাৰ আৰ নাহি প্ৰয়োজন।
ইহাৰ সঙ্গত আমি তেজিবো জীৱন॥
অন্য বৰ নমাগো নমাগো বহু বিত।
কৰোহো প্ৰাৰ্থনা এহি জীয়োক যে সুত॥৩১৩৬৪
যদি বৰ দিয়া প্ৰভু জীয়ায়ো কুমাৰ।
জানিবাহা জীৱদান কৰিলা আমাৰ॥
হেনয় প্ৰাৰ্থনাচয় শুনি ভগৱন্ত।
হাতে জল লৈয়া পাচে বাক্য বুলিলন্ত॥৩১৩৬৫
শতেক বৎসৰ আয়ু হৈবেক শিশুৰ।
জীৱদান পাই উঠি বসিলা কুমাৰ॥
সকলো ভূতত দাযা প্ৰভু ভগৱান।
গৃধ্ৰ শৃগালৰ ক্ষুধা কৰিল নিৰ্য্যাণ॥৩১৩৬৬
শঙ্কৰক সমস্তে পৰিয়া প্ৰণামিলা।
পুত্ৰ কোলে লৈয়া সবে গৃহক চলিলা॥
দেখা কুন্তীসুত যেনে কথা আচৰিত।
কৃতকৃত্য হুয়া প'চে ভৈল হৰ্ষযুক্ত॥৩১৩৬৭
বহু কাল তপ জপ নাহি উপবাস।
ক্ৰন্দন কৰিল জীৱনৰ এৰি আশ॥
বহু দুখ কৰি শোক লভিল বিস্তৰ।
শঙ্কৰৰ প্ৰসাদে লভিল ইষ্ট বৰ॥৩১৩৬৮
মুহূৰ্ত্তেক মানে দুখ সব গৈল দূৰ।
সন্তোষ লভিয়া সুখ লভিল প্ৰচুৰ॥
শুনা ধৰ্ম্মৰাজ সবে লভিল বিস্ময়।
শঙ্কৰত হন্তে পাইল মৃতক তনয়॥৩১৩৬৯
শোক দুখ এৰি সবে পাইলা বৰ হৰ্ষ।
পুত্ৰে কোলে লৈয়া গৃহে কৰিল প্ৰৱেশ॥
চাৰিয়ো বৰ্গক দেখাইলেক এহি বুদ্ধি।
শ্ৰম পুৰুষাৰ্থে সবে কাৰ্য্য পাৱে সিদ্ধি॥৩১৩৭০
এহি ইতিহাস ধৰ্ম্ম অৰ্থ মোক্ষকৰ।
শ্ৰৱণ মাত্ৰকে শুভ দেয় মনুষ্যৰ॥
এহি ইতিহাস যিটো শুনে সৰ্ব্বদায়।
ইহ পৰলোক তাৰ কাল সুখে যায়॥৩১৩৭১

শুনিয়োক সর্ব্বজন নপাতা জঞ্জাল।
আজি কালি কৰি হেৰা চাপি আসে কাল ॥
কাল অজগৰে সদা আছে বেন্ত বাই।
তাৰ মুখে পৰি হৰুৱাইবা ইটো কায় ॥৩১৩৭২
পিতৃ পিতামহ ভার্য্যা যতেক তনয়।
আগতে মৰিয়া সবে যায় যমালয় ॥
তথাপি অজ্ঞানী বৰ নৰকী পামৰ।
আপুনাক মানে সদা অজৰ অমৰ॥৩১৩৭৩
হেন মনে মানি গর্ব্বে প্রাণীক হিংসয়।
ব্রাহ্মণ দেৱতাসব কাকো নমানয় ॥
সদা অহঙ্কাৰে মহা মদে হৰে চিত।
পৰৰ দাৰাক হৰে হৰে পৰবিত॥৩১৩৭৪
পুণ্যক নাচৰে আচৰয় পাপচয়।
হেন কর্ম্মেৰে তাৰ আয়ু যায় ক্ষয় ॥
যমৰ আদেশে যমদূত আসি পায়।
হাতে গলে বান্ধি যমপুৰে লৈয়া যায় ॥৩১৩৭৫
চৌৰাশী নৰকে তাক ভুঞ্জাৱে নিকাৰ।
যাৱে চন্দ্র সূর্য্য থাকে নাহিকে নিস্তাৰ ॥
এতেকে মনুষ্য তনু বিফল নকৰ।
লোভ মোহ কাম ক্রোধ দূৰে পৰিহৰ ॥৩১৩৭৬
হৰিৰ চৰণে কৰা সুদৃঢ় বিশ্বাস।
তাহাৰ চৰিত্র শুনা এৰিয়া আলাস ॥
কৃপাৰ সাগৰ প্রভু দেৱ নাৰায়ণ।
স্মৰণ মাত্রকে সবে সাধে প্রয়োজন ॥৩১৩৭৭
হেন জানি ইটো জন্ম নকৰিয়ো বৃথা।
মুখে ৰাম বোলা কর্ণে শুনা কৃষ্ণকথা ॥
দীন দ্বিজে বোলে কার্য্য কৰা আপুনাৰ।
ৰাম হৰি বুলি ভৱনদী হোৱা পাৰ ॥৩১৩৭৮

---

## দুলড়ী

### শাল্মলী,-নাৰদ আৰু বায়ুৰ সম্বাদ কথন

যুধিষ্ঠিৰ ৰায় ভীষ্মত দুনাই
পুছিবে লৈলেক তথা।
কৰি অনুগ্রহ কহ পিতামহ
মনৰ সংশয় কথা ॥
যিটো নৃপতি পাত্রমন্ত্রীগণ
ভৈলেক আতি প্রৱল।
ৰাজাৰ সঙ্কট থাকে প্রতিনিত
আতিশয় বীর্য্যবল ॥৩১৩৭৯
সিসবে ৰাজাক পাৰে কৰিবাক
উপকাৰ অপকাৰ।
ৰাজা অল্পবল নাহি পৰাক্রম
পাত্র মন্ত্রী বৰ চাৰ ॥
পাচে নৰেশ্বৰ বেগত ক্রোধৰ
তাসম্বাক মাতি আনি।
মোহে অন্ধ হুই কৈলা কদর্থনা
বুলিলেক লঘু বাণী ॥৩১৩৮০
ৰাজাৰ বাক্যত তাহাৰ গাৱত
ক্রোধ ভৈল গুৰুতৰ।
গুচাইবো নিশ্চয় ৰাজ্যভোগচয়
আজি ইটো নৃপতিৰ ॥
এহি বুলি যদি আসিলেক খেদি
চিন্তিবে লাগি উপায়।
সেহি জন নৃপে জানা কোনৰূপে
পিতামহ ৰক্ষা যায় ॥৩১৩৮১
ইহাৰ উপায় কহিয়ো বুজাই
মোত ভুমি গঙ্গাসুত।
ইহাৰ উত্তৰ শুনিবে মোহোৰ
উত্রাৱল কৰে চিত্ত ॥
ৰাজাৰ বচন শুনি তেতিক্ষণ
গঙ্গাসুতে বোলে বাণী।
কহো ইতিহাস শুনি পাবা হর্ষ
এক মনে থাকা শুনি ॥৩১৩৮২

জানা কুন্তীসুত শাল্মলী বায়ুৰ
যিমত ভৈল সম্বাদ।
গিৰি হেমৱন্ত তাৰ উপৱত
বাঢ়ি আছে অপ্ৰমাদ॥
শাল্মলী নামত বৃক্ষৰ মাজত
সবাত কৰি উচ্ছ্ৰিত।
জানা মহীপাল বাঢ়ে কতকাল
যুগ বৰ্ষ অপৰ্য্যন্ত॥ ৩১৩৮৩
বহু শাখা তাৰ পত্ৰে জাতিস্কাৰ
দেখি আতি মনোময়।
তাহাৰ তলত আসিয়া সতত
জিৰাৱয় হস্তীচয়॥
মৃগ অসংখ্যাত আসিয়া তথাত
বিশ্ৰাম কৰয় তাত।
উচ্ছ্ৰিত ডাঙ্গৰ গাৱ থূলন্তৰ
বেৰ হস্ত চতুঃশত॥ ৩১৩৮৪
শুক যে শাৰিকা আদি পক্ষীচয়
নিবাস ৰঙ্গে কৰয়।
ফল মুল ভক্ষি ৰঙ্গে নানা পক্ষী
সুস্বৰ ৰাৱ তেজয়॥
জানাহা তাহাৰ দক্ষিণ পাৰ্শ্বত
আতি ৰম্য দিব্য স্থান।
যত সদাগৰ আসিয়া তথাত
মিলিয়া কৰে দোকান॥ ৩১৩৮৫
যতেক তপস্বী সেহি স্থানে পশি
তথাত কৰে নিবাস।
কতো আসে যায় তাহাতে জিৰায়
কতো কৰি যায় লাশ॥
আত অনন্তৰে জানা নৃপবৰ
নাৰদ আসি মিলিলা।
বহু শাখা পত্ৰ দেখিয়া বৃক্ষৰ
সম্বোধি ঋষি বুলিলা॥ ৩১৩৮৬
নাৰদে বোলয় শুনিয়ো শাল্মলী
তুমি মহা ভাগ্যৱন্ত।
তোমাৰ লক্ষণ দেখি মোহে মন
শাখা পত্ৰ অসংখ্যাত॥
মৃগ পক্ষী বসি তোমাক উপাসি
থাকে দেখো সৰ্ব্বকাল।
ছায়া মনোনীত দেখি হৰে চিত
আছা তুমি ভাল ভাল॥ ৩১৩৮৭

নমো নমো ব্ৰহ্ম- ৰূপী সনাতন
নমো দেৱ হৃষীকেশ।
হে দামোদৰ মই বৰ পামৰ
নাপালো একো উদ্দিশ॥
পূৰ্ব্ব জনমৰ সুকৃতিৰ ফলে
ভাৰতত জন্ম পাইলো।
নভৈল ভকতি হে লক্ষ্মীপতি
মিছাত জন্ম গোৱাইলো॥ ৩১৩৮৮
দিবা ৰাত্ৰি মাত্ৰ কুকথাতে ৰত
মিছাতে ফুৰিছো ভ্ৰমি।
পৰ অন্ন ধন তাতে মাত্ৰ মন
নিৰ্ব্বুদ্ধি ভৈলোহো আমি॥
গৃহবাসী পুত্ৰ ভাৰ্য্যা ভ্ৰাতৃগণ
ইহাকে দেখি শাশ্বত।
সংসাৰ ঔষধ তুমিসি মাধৱ
তথাপি নাহি মনত॥ ৩১৩৮৯
ইটো ভ্ৰম মোৰ খণ্ডায়ো ঈশ্বৰ
চৰণে কৰো কাতৰ।
গৰুবধী বিপ্ৰ- সবক মাৰয়
হৰে স্বৰ্ণ ব্ৰাহ্মণৰ॥
গুৰুপত্নী হৰে মিত্ৰদ্ৰোহ কৰে
হৰয় পৰৰ ধন।
আনো মহাপাপ সব আচৰয়
লোকৰ লোৱে জীৱন॥ ৩১৩৯০
ইটো মহা মহা- পাপীকো তাৰাহা
ভকতবৎসল স্বামী।

এতেকে এখনে তোমাৰ চৰণে
শৰণ পশিলো আমি ॥
যতেক দুৰ্ম্মতি গুচায়ো সম্প্ৰতি
হেৰা প্ৰভু জগন্নাথ।
অজ্ঞান আন্ধাৰে তল গৈলো আৰে
ভৈলোহো বৰ অনাথ ॥ ৩১৩৯১
হে দেৱ হৰি তযু পাৱে পৰি
কৰোহো এহি বিনয়।
ইজন্মে মোহোৰ যাতনা দুৰ্ঘোৰ
গুচায়ো যমৰ ভয় ॥
শুনা সবে নৰ হেলো পৰিহৰি
কৃষ্ণত অৰ্পিয়ো মন।
কৃষ্ণ সম বন্ধু নাহিকে নিশ্চয়
কৃষ্ণৰ নামেসে ধন ॥ ৩১৩৯২
জীৱন যৌৱন যত ধন জন
যেহেন জলৰ ৰেখা।
এহি আছে নাই যেন স্বপ্ন প্ৰায়
বিচাৰিয়া তাক দেখা ॥
লক্ষ্মীনাথ দ্বিজে বোলে মুল বীজ
মাধৱৰ গুণনাম।
সবে উচ্চ কৰি বোলা হৰি হৰি
পূৰ্ণ হুইবে মনস্কাম ॥ ৩১৩৯৩

---

পদ

পুনৰপি শাল্মলীক ঋষিয়ে বোলয়।
তোমাক দেখিয়া বৰ প্ৰীতি পালো মই ॥
বায়ুৱে তোমাক কিবা বলে নপাৰয়।
কিবা হেলাতেসে তুমি আগে আছা হুই ॥৩১৩৯৪
বায়ু সমে তোৰ কিবা আছে মিত্ৰৰতি।
বলে তোমাসাক মনে সুহৃদ মানন্তি ॥
কিবা তোমাসাক দেখো তানে আছে ৰাখি।
বিস্ময় দেখিছো তব শাখা পত্ৰ দেখি ॥ ৩১৩৯৫
অন্য স্থানে দেখে বৃক্ষ লতা যত যত।
সবে খুন হুয়া আছে বায়ুৰ বেগত ॥
পৰ্ব্বতৰ শিখৰো বায়ুত যায় ভাগি।
শোষয় পাতাল যাৰ মহা বেগ লাগি ॥ ৩১৩৯৬
হ্ৰদ যত আছে আৰো নদী সমস্তয়।
সাগৰ পৰ্য্যন্তে জানা মাৰুতে শোষয় ॥
হেন বায়ু তোমাক ৰাখিছে ভাল কৰি।
বহু শাখা ফল পুষ্পে আছা কান্তি কৰি ॥৩১৩৯৭
সকল বনক তুমি আছাহা শুৱাই।
নানাবিধ পক্ষী পৰি আছে ঠাই ঠাই ॥
ভিন্ন ভিন্ন ৰাৱ তাৰ শুনিছা মধুৰ।
তাক শুনি বাঢ়ি যায় আনন্দ প্ৰচুৰ ॥ ৩১৩৯৮
বসন্ত কালত পুষ্প ফুলে সমস্তয়।
তাক দেখি ৰঙ্গ কৰে নানা পক্ষীচয় ॥
ৰঙ্গে মত্ত হস্তীচয় হুয়া ঘৰ্ম্ম আৰ্ত্ত।
আসি সিটো শ্ৰম গুচাই তোমাৰ তলত ॥৩১৩৯৯
এহিমতে অসংখ্যাত মৃগগণ আসি।
সবে শ্ৰম গুচাৱয় তোমাক উপাসি ॥
মেৰুৰ সমান তুমি আছা শোভা কৰি।
সবে বন খণ্ডে আছে তোমাক আৱৰি ॥ ৩১৪০০
ব্ৰাহ্মণ তপস্বী আৰো বানপ্ৰস্থীগণে।
তোমাৰ তলক স্বৰ্গ সম কৰি মানে ॥
পুনু ঋষি শাল্মলীক সম্বোধি বোলয়।
শুনিয়ো বচন মোৰ হেন মনে লয় ॥ ৩১৪০১
কিবা বন্ধু কিবা সখি বায়ু সমে আছে।
এতেকে মাৰুতে ৰক্ষা তোমাক কৰিছে ॥
অথবা বায়ুক তুমি কৰিছা কাতৰ।
মোক ৰক্ষা কৰা বাপ ভৈলোহো তোমাৰ ॥৩১৪০২
হেনয় বাক্যত বায়ু ৰাখিছে তোমাক।
নিশ্চয় কৰিয়া মই বুজি আছো আক ॥

তুমি বৃক্ষজাতি নোহোৱাহা দৃঢ়তৰ ॥
পৰ্ব্বতত কৰি মই নেদেখো ডাঙ্গৰ ॥৩১৪০৩
যিটো বল বায়ুৰ দেখিয়া লাগে ভয় ।
পৃথিবীক উভটাইবে পাৰয় নিশ্চয় ॥
তুমি কোন বস্তু জানো আগত বায়ুৰ ।
ৰহি আছা ভালে তাঙ্ক কৰিয়া কাতৰ ॥৩১৪০৪
শাল্মলী বোলয় কথা শুনিয়ো নাৰদ ।
যি বুলিলা বায়ু মোৰ নহয় সুহৃদ ॥
নোহৱয় সখি মোৰ নোহে বন্ধুগণ ।
সৃষ্টিকৰ্ত্তা ব্ৰহ্মা নোহে কহিলো বচন ॥৩১৪০৫
মোৰ তেজ বলেৰে ৰহিছো ভালে ভালে ।
কি কৰিবে পাৰে মোক মাৰুতৰ বলে ॥
অষ্টাদশ কলা বল জানাহা মোহোৰ ।
তাৰ এক কলাৰ বায়ুসে নোহে জোৰ ॥৩১৪০৬
যেতিক্ষণে বায়ু চলি আসয় ক্ৰোধত ।
মোহোক দেখিয়া ভয়ে হোৱে সচকিত ॥
বৃক্ষ লতা পৰ্ব্বতক ভাঙ্গি চুৰ কৰে ।
ভয়ত মোহোৰ পাশে আসিতে নপাৰে ॥৩১৪০৭
মোত যাতো বায়ুৰ উদ্যম হোৱে ভগ্ন ।
এতেকে বায়ুৰ নাম ভৈল প্ৰভঞ্জন ॥
এতেকে বায়ুক মোৰ কিছো ভয় নাই ।
যদি ক্ৰোধ কৰি তভো মোক আসে ধাই ॥৩১৪০৮
হেনয় দৰ্পিষ্ঠ বাণী শাল্মলীৰ শুনি ।
পুনৰপি ঋষি হেন বুলিলেক বাণী ॥
নাৰদ বদতি কথা শুনিয়োক কাৰ্য্য ।
বায়ুৰ সমান কাৰো নাহি বল বীৰ্য্য ॥৩১৪০৯
ইন্দ্ৰ যম অগ্নি আৰো বৰুণ কুবেৰ ।
এসম্বো সমান বল নোহোৱে বায়ুৰ ॥
নাৰদ বচন শুনি শাল্মলী যে বৃক্ষ ।
মনে গুণি ৰহিলন্ত হুয়া অন্তৰীক্ষ ॥৩১৪১০

এহি সবো বলে তুল্য নোহোৱে বায়ুৰ ।
তুমি কোন বস্তু বৃক্ষ জানাহা বনৰ ॥
ইহ জগতন্তে প্ৰাণী যতেক আছয় ।
সকলোৰে আয়ু বায়ু জানাহা নিশ্চয় ॥৩১৪১১
বায়ুক নবহিলে সবে প্ৰাণী হোৱে জড় ।
বায়ুক জানিবা সকলৰে প্ৰাণকৰ ॥
হেনয় বায়ুক পূজা নকৰাস তই ।
তোত কৰি লঘু বুদ্ধি নেদেখোহো মই ॥৩১৪১২
অসাৰ শাল্মলী তই সাৰ কিছো নাহি ।
তোৰ বৰ কথা শুনি মোৰ উঠে হাহি ॥
মিছা ক্ৰোধ দেখুৱাই ভৰ্চ্ছ বাৰম্বাৰ ।
সকলে তোহোৰ মিছা জানিলোহো সাৰ ॥৩১৪১৩
তোৰ গৰ্ব্ব শুনি মোৰ খঙ্গ উঠে গাৱে ।
এতিক্ষণে কৈবো বায়ু দেৱতাৰ ঠাৱে ॥
চন্দন কদম্ব তাল দেৱদাৰুচয় ।
বেতসাদি আৰো বৃক্ষ বিশেষ নিশ্চয় ॥৩১৪১৪
এসম্বে বায়ুক দেখি কৰে নমস্কাৰ ।
তই বৃক্ষ হুই তাঙ্ক কৰহ ধিক্কাৰ ।
থাক তই ভালে মই বায়ুপাশে যাওঁ ।
তোৰ গৰ্ব্ববাণী ইটো সকলো জনাওঁ ॥৩১৪১৫
ভীষ্ম নিগদতি শুনা ধৰ্ম্ম নৰেশ্বৰ ।
এহি বুলি চলিলা নাৰদ মুনিবৰ ॥
শীঘ্ৰ কৰি পাইলা বায়ু দেৱতাৰ ঠাৱ ।
ঋষিক দেখিয়া বায়ু চালিলন্ত গাৱ ॥৩১৪১৬
কৃতাঞ্জলি কৰি বায়ু পুছিলা হৰিষি ।
কি কাৰণে মোৰ পাশে আসিলা দেৱঋষি ॥
নাৰদ বদতি কথা শুনিয়োক পাচে ।
হিমালয় পৃষ্ঠত শাল্মলী বৃক্ষ আছে ॥৩১৪১৭
বহু শাখা বহু পত্ৰ বহু শিফাচয় ।
তাহাৰ সমীপে ৰঙ্গে চলি গৈলো মই ॥

সিটো বৃক্ষে জানিবাহা নমানে তোমাক।
মোৰ আগে বুলিলে বহুত নিন্দা বাক ॥৩১৪১৮
তোমাৰ আগত কহিবাৰ শক্য নাই।
মুখে মোৰ সিটো কথা কহন নযায় ॥
তোমাক জানোহো মই মহা বলৱন্ত।
শত্রুসকলৰ তুমি সদা কৰা অন্ত ॥৩১৪১৯
সবাত কৰিয়া শ্রেষ্ঠ সবাত ডাঙৰ।
কোনোজন নাহিকয় তুমি সমসৰ ॥
তোমাৰ ৰূপক দেখি আতি ভয়ঙ্কৰ।
ক্রোধ সময়ত হেন যম পটন্তৰ ॥৩১৪২০
হেন যদি বাক্যচয় নাৰদত শুনি।
শাল্মলীৰ পাশে বায়ু চলিল আপুনি ॥
বৃক্ষক দেখিয়া বায়ু ক্রোধত জ্বলিল।
শাল্মলীক খঙ্গে হেন বুলিবাক লৈল ॥৩১৪২১
মোক যত দুৰ্ব্বাক্য বুলিয়া আছ তই।
নাৰদত হন্তে তাক শুনি আছো মই ॥
মই বায়ু নজানস বল কতমান।
আজি দেখা যাব তোৰ বলৰ প্রমাণ ॥৩১৪২২
তই যেনে বৃক্ষ মই জানো ভাল মতে।
কহিবো তাহাক মই শুন এক চিত্তে ॥
যৈসানি পূৰ্ব্বত ব্রহ্মা প্রজাক স্রজিলা।
তোহোৰ তলত আসি বিশ্রাম কৰিলা ॥৩১৪২৩
এতেকে তোহোক দায়া কৰো সৰ্ব্বদায়।
তই বৃক্ষ বল নজানস অভিপ্রায় ॥
তই বোল মোহোৰ দেখিয়া বল আতি।
এতেকে বায়ুৰে মোৰ সম নুহিকন্তি ॥৩১৪২৪
তই কোন ক্ষুদ্র বৃক্ষ আগত মোহোৰ।
কৰিবাক পাৰো খানিতেকে দৰ্প চুৰ ॥
পূৰ্ব্বক লাগিয়া শিখাই এৰিবো তোহোক।
যেন নিন্দা বাণী তই নোবোলস মোক ॥৩১৪২৫

আত অনন্তৰে শুনিয়োক যুধিষ্ঠিৰ।
হেন বাক্যচয় যদি শুনিলা বায়ুৰ ॥
হাসিয়া শাল্মলী পাচে দিলেক উত্তৰ।
মোক যিটো ক্রোধ বায়ু কৰিছা ডাঙৰ ॥৩১৪২৬
ইটো ক্রোধ মোহোত এৰিয়ো সমুদায়।
তযু ক্রোধে মোৰ কিবে উৰুৱাইবে ছাই ॥
তুমি বলৱন্ত বুলি নকৰোহো ডৰ।
তোমাত কৰিয়া মই বুদ্ধিত ডাঙৰ ॥৩১৪২৭
বলে বল নুহিকয় বুদ্ধিয়েসে বল।
এতেকে জানিবা বল তোমাৰ বিফল ॥
শাল্মলীৰ গৰ্ব্ব বাণী শুনি বায়ুদেৱ।
বোলে তোক ৰাখন্তা নাহিকে আন কেৱ ॥৩১৪২৮
তোক পৰাভৱ মই দেখাবো এখনে।
হেন সময়ত ৰাত্রি ভৈলেক তেখনে ॥
পাচে বায়ু গৈল চলি আপুন নিলয়।
অনন্তৰে শুনা যুধিষ্ঠিৰ মহাশয় ॥৩১৪২৯
যেবে বায়ুদেৱ চলি গৈলা নিজঘৰ।
মহাভয় লাগি গৈলা শাল্মলী বৃক্ষৰ ॥
একো গুণে বায়ু সমে সম নোহো মই।
নাৰদে মোহোৰ আগে কহিয়া আছয় ॥৩১৪৩০
বায়ুৰ সমান কেহো বলে নোহো জোৰ।
আদি অন্ত কথাক নাৰদে কৈলা মোৰ ॥
সকল বৃক্ষৰ মধ্যে মইসে দুৰ্ব্বলী।
আপুনাক সৰ্ব্বভাৱে বুলিলো আকলি ॥৩১৪৩১
মইসে সবাতো কিন্তু বুদ্ধিত ডাঙৰ।
মোৰ সম বুদ্ধি নাহি অন্য যে বৃক্ষৰ ॥
সেহি বুদ্ধি ধৰি মই ৰক্ষা কৰো প্রাণ।
আন ৰূপে একোমতে নাহি পৰিত্রাণ ॥৩১৪৩২
যদি ইটো বুদ্ধি ধৰে অন্য বৃক্ষচয়।
তেবেসে বায়ুৰ হন্তে ভয় নলভয় ॥

জানো সিটো বৃক্ষগণ পৰম অজ্ঞান।
মই মাত্র জানো আক নজানয় আন ॥ ৩১৪৩৩
ভীষ্ম নিগদতি শুনা পাণ্ডুৰ নন্দন।
ভাবি চিন্তি শাল্মলী আছিল কতোক্ষণ ॥
আপুনাৰ ডাল পত্র আপুনি এৰিলা।
লঠা মুঠা হুয়া সেহি থানে পৰি ৰৈলা ॥৩১৪৩৪
এহিমতে শাল্মলী তথাত ৰহি আছে।
বায়ুদেৱে যি কৰিলে তাক শুনা পাচে।
শাল্মলীক বুলি হেন নিষ্ঠুৰ বচন।
আপুনাৰ থানে বায়ু ভৈলা উপসন ॥ ৩১৪৩৫
ভাবন্তে চিন্তন্তে ৰাত্রি গোট বহি গৈল।
ঊণকোটি বায়ু আসি সঙ্গ কৰি লৈল ॥
প্রভাত সময়ে সেহি পথে গৈল চলি।
ধূলায়ে আন্ধাৰ দিশ পাশক নাকলি ॥ ৩১৪৩৬
হুৰ্ হুৰ্ শব্দত কৰ্ণত হানে তাল।
পৰম প্রচণ্ড বেগে বৰ যে আস্ফাল ॥
যেহি পথে বায়ুয়ে চলিছে বেগ ধৰি।
গিৰিয়ো খসয় বৃক্ষ পৰয় উভৰি ॥ ৩১৪৩৭
খাল বাম সকলে সমান হুয়া গৈল।
তৃণ বন সেহি পথে কিছোৱে নৰৈল ॥
ভীষ্ম বোলে প্রস্তুত শুনিয়ো নৃপবৰ।
এহিৰূপে বায়ু আসি চাপিল ওচৰ ॥ ৩১৪৩৮
দেখে শাল্মলীৰ পত্র পুষ্প ডালচয়।
শাখা সমে ভাগি ছিগি পৰিয়া আছয় ॥
সবে হীন দণ্ড যেন ৰহিছে শাল্মলী।
হেন দেখি বায়ুৱে হাসয় খলখলি ॥ ৩১৪৩৯
বায়ুৱে বোলয় শুনা শাল্মলী বচন।
সমুদায়ে তোক আজি দেখো কুলক্ষণ ॥
ডাল পত্র পুষ্পোৱে আছিলি শোভা কৰি।
লঠা হুয়া ৰৈলি দেখো মবাহাক্কে এৰি ॥৩১৪৪০
মোহোক দুৰ্ব্বাক্য আগে বুলিলা গৰ্ব্বত।
এৰিলিহি শাখা পত্র মোৰেসে ভয়ত ॥
যদি ভয় আছে আগে দৰ্প বোলা কেনে।
মোহোৰ বলৰ বশ ভৈলিহি এখনে ॥ ৩১৪৪১
আপুনাকে আপুনি কৰিলি দণ্ড যত।
তাকে মই কৈলো হন্তে নকৰো বহুত ॥
মোহোৰ কাৰ্য্যক তই আপুনি কৰিলি।
বুজিলো মিছাতে অত গৰ্ব্বক বুলিলি ॥ ৩১৪৪২
শাল্মলীয়ে নিন্দা বাণী শুনিলে বায়ুৰ।
লাজে অপমানে তাৰ চপৰাইল শিৰ ॥
নাৰদৰ বাক্য তাৰ পৰিল মনত।
তাহাক স্মৰিয়া তাপ কৰিল বহুত ॥ ৩১৪৪৩
এহিমতে যদি যুধিষ্ঠিৰ মহাশয়।
দুৰ্ব্বলীৰ সমে যিটো শত্রুতা কৰয় ॥
শাল্মলীয়ে যেনে তাপ পাইলন্ত বায়ুত।
আনৰো জানিবা ৰাজা কথা এহিমত ॥ ৩১৪৪৪
হিংসা দ্বেষ নকৰি থাকয় বলী যত।
তাক বৈৰ কৰিবাৰ নোহয় উচিত ॥
যিটো জন থাকে আতি বুদ্ধিমন্ত নৰ।
দুৰ্ব্বলীয়ে তান সঙ্গে নকৰিব বৈৰ ॥ ৩১৪৪৫
দুৰ্ব্বুদ্ধিত কদাচিতো বুদ্ধি নুপজয়।
যিটো বুদ্ধিমন্ত তাতে বুদ্ধিৰ আশ্রয় ॥
তৃণ পাইলে যেহেন অগ্নিৰ বাঢ়ে বল।
বুদ্ধিমন্ত জনত বুদ্ধিৰ হোৱে ছল ॥ ৩১৪৪৬
সোধন্তে পৰৰ কথা কহে স্বৰূপত।
বুদ্ধি সম শুভ একো নাহি পুৰুষত ॥
বলৱন্তে বুদ্ধিমন্তে নুহিকে সমান।
ইটো কথা আপুনাতে লৈয়োক প্রমাণ ॥ ৩১৪৪৭
কৌৰৱৰ সেনায়ে একাদশ অক্ষৌহিণী।
সপ্ত অক্ষৌহিণী দেখা তোমাৰ বাহিনী ॥

শল্য দ্ৰোণ কৃপ বীৰ কৰ্ণ অশ্বত্থামা।
এৰৈক বীৰক দেখা কৈত আছে সমা ॥ ৩১৪৪৮
যিহেতু তোমাৰ লগে ভৈল গদাধৰ।
তাতে ভৈল অৰ্জ্জুন লগত ধনুৰ্দ্ধৰ ॥
এহি হেতু কৌৰৱক সংহৰিলা বলে।
লভিলাহা ৰাজ্য যশ লভিলা সকলে ॥ ৩১৪৪৯
ৰাজধৰ্ম্ম আদি কহিলোহো ধৰ্ম্মচয়।
আন কিবা আছে সোধা কহিবোহো মই ॥
কহিবো তোমাত মোৰ যথা লোৱে মতি।
এহি বুলি ভীষ্ম যুধিষ্ঠিৰত বদতি ॥ ৩১৪৫০
পুনু নৃপতিয়ে কথা পুছন্ত ভীষ্মত।
যদি পিতামহ অনুগ্ৰহ ভৈল মোত ॥
সৰ্ব্বদায়ে মনে মোৰ লাগয় সংশয়।
কৈত পাপ উতপত্তি কেনে প্ৰৱৰ্ত্তয় ॥ ৩১৪৫১
ইহাকে শুনিবে মোৰ মনত উৎসাহ।
অনুগ্ৰহ কৰিয়া কহিয়ো পিতামহ ॥
ভীষ্ম নিগদতি কথা শুনা মহাশয়।
লোভ মোহ গ্ৰাসে ভৈল পাপৰ আশ্ৰয় ॥৩১৪৫২
সেহি লোভ হন্তে পাপ উতপন্ন হয়।
তাহাতেসে হন্তে উভয়ৰ বৃদ্ধি হয় ॥
তাৰ মূল ছেদিবাক পাৰে যিটো নৰ।
সেহিজন জানিবাহা ৰক্ষক ধৰ্ম্মৰ ॥ ৩১৪৫৩
লোভ মোহ হন্তে কাম ক্ৰোধ বাঢ়ি যায়।
লোভ হন্তে মোহ হোৱে আবৃত মায়ায় ॥
মানকো খণ্ডাৱে মৰিলেও হোৱে প্ৰেত।
ক্ষমা লজ্জা পৰিত্যাগ কৰয় লোভত ॥ ৩১৪৫৪
শ্ৰীক নষ্ট কৰয় ধৰ্ম্মৰো কৰে ক্ষয়।
সৰ্ব্বদা বিষয়ে মন ভ্ৰমিয়া থাকয় ॥
দিবে নপাৰয় জ্ঞান হোৱয় লুপুত।
আগ পাচ নেদেখি ক্ৰিয়ায়ো হোৱে হত ॥ ৩১৪৫৫
আপুনাত কৰি কেহো নাহি কুলৱন্ত।
বিদ্যাবন্ত নাহি কেহো মোহোৰ মনত ॥
ৰূপ-ঐশ্বৰ্য্যত কোনো মোৰ সম নাই।
লোভতেসে হন্তে নিতে গৰ্ব্ব বাঢ়ি যায় ॥৩১৪৫৬
বিশ্বাস নাহিকে তাৰ সকলো প্ৰাণীত।
সদায়ে কুটিল জানা তাসম্বাৰ চিত ॥
ছল পাইলে সবাহাৰে দ্ৰোহ আচৰয়।
সমস্ত প্ৰাণীত কিছো মৰ্ম্ম নাহিকয় ॥ ৩১৪৫৭
নিতে হৰিবাক চাৱে পৰৰেসে ধন।
পৰৰ দাৰাত নিতে ভ্ৰমি থাকে মন ॥
বাক্যৰ উদ্বেগ মন যেন বাঢ়ে সদা।
ভাল মন্দ নজানে সবাকো কৰে নিন্দা ॥৩১৪৫৮
উপস্থৰ বেগ আৰো বেগ উদৰৰ।
দাৰুণ মৃত্যুক প্ৰতি কিছো নাহি ডৰ ॥
অসূয়া বাঢ়য় শিক্ষা এৰিতে নপাৰে।
খণ্ডিতে নপাৰে জিহ্বাবেগ সাৰে সাৰে ॥৩১৪৫৯
পৰনিন্দা কৰয় গৰ্ভকো কৰে নষ্ট।
দুষ্টবাক্য বুলিয়া সন্তকো দেয় কষ্ট ॥
আতি যত্ন কৰিয়া কৰয় পাপচয়।
সদায়ে পাপৰ ক্ৰিয়া কৰিয়া ফুৰয় ॥ ৩১৪৬০
মনুষ্যৰ বালকক মাৰে ওঙ্কা হুই।
জীৰ্ণভাৱ আসিয়া প্ৰাণীত প্ৰৱৰ্ত্তয় ॥
শোভাৰ বুজিয়া শিশু বৃদ্ধ ভাৱ নাই।
সদায়ে তৰুণ আৰ জানিবা নিশ্চয় ॥ ৩১৪৬১
দম ভৈলে পুৰুষৰ তেজ বাঢ়ি যায়।
দমে জানা প্ৰাণীৰ পবিত্ৰ কৰে কায় ॥
দমৰ সদৃশ ধৰ্ম্ম নেদেখো আপুনি।
দমে মোক্ষ ধৰ্ম্ম লোকমুখে আছো শুনি ॥৩১৪৬২
ইন্দ্ৰিয়বঃ যিটো জনে দমিলে সম্প্ৰতি।
সকল জন্তুও তাৰ জন্মিলেক প্ৰীতি ॥

তাৰ মন প্ৰসন্ন ভৈলেক সমুদায় ।
ইহ পৰলোকে জানা কিছো দুখ নাই ॥৩১৪৬৩
ভীষ্ম বোলে শুনা আৰে কুন্তীৰ তনয় ।
যাত হন্তে থাকি হোৱে দমৰ উদয় ॥
ক্ষমা বুদ্ধি হিংসাশূন্য সবাতে সমান ।
কুটিল বৰ্জ্জিত সত্য ইন্দ্ৰিয় দমন ॥ ৩১৪৬৪
সদা শুদ্ধভাৱ যাৰ নুহিকে চঞ্চল ।
কৃপণ নহৈব সন্তোষতে যাব কাল ॥
হেনয় স্থানত হোৱে দমৰ উদয় ।
কহিলো তোমাত য়ুধিষ্ঠিৰ মহাশয় ॥ ৩১৪৬৫
শুনা সৰ্ব্বজন ইটো কথা ৰুচিকৰ ।
অমূল্য চৰিত ইটো মহাভাৰতৰ ॥
আক শ্ৰদ্ধা কৰিয়া শুনয় যিটো জন ।
তাহাত সন্তুষ্ট প্ৰভু দৈৱকীনন্দন ॥ ৩১৪৬৬
ইহাৰ শ্ৰৱণে সবে পাপ দূৰে যায় ।
মনমল গুচিয়া পৱিত্ৰ হোৱে কায় ॥
পাপ দূৰে গৈলে নিৰ্ম্মল হোৱে মতি ।
তেবে অপ্ৰয়াসে হোৱে হৰিত ভকতি ॥ ৩১৪৬৭
হৰিভক্তি হেতু সংসাৰৰ হইবা পাৰ ।
তৰিবা যমৰ ভয় দুৰ্ঘোৰ নিকাৰ ॥
দীন দ্বিজ কহে ভাই হেৰা পালে কোল ।
নিশ্চিন্তে আছাহা কেনে ৰাম কৃষ্ণ বোল ॥'৪৬৮

খড়্গযুদ্ধৰ প্ৰাশস্ত্যতা কথন

দুলড়ী

বৈশম্পায়ন বদতি শুনা ৰাজা জন্মেজয়
আত অনন্তৰে যেন ভৈল ।
খড়্গযুদ্ধ বিশাৰদ ভীষ্মৰ আগত পৰি
নকুলেয়ো বিনাইবে লাগিল ।
নকুলে বোলয় বাণী তুমি মোৰ পিতামহ
খণ্ডায়োক মনৰ সংশয় ।
ধনুৰ্বিদ্যা খড়্গবিদ্যা দুহান মনত আৱে
কোন বিদ্যা প্ৰশস্ত বোলয় ॥৩১৪৬৯
মোহোৰ মনেসে লৱে খড়্গবিদ্যা শ্ৰেষ্ঠ বুলি
দেখন্তেয়ো পৰম শোভন ।
যদি ধনু কাটিলেক ৰথচক্ৰ ভাগিলেক
সময় ভৈলেক যদি হেন ॥
খড়্গখান ধৰি হাতে হেনয় যুদ্ধত দেখো
ৰক্ষা যাইবে আপুনি পাৰয় ।
ধনু গদা শক্তিধৰ সবাকো কাটিলা যদি
খড়্গ ধৰা বীৰ যিটো হয় ॥ ৩১৪৭০
ইহাৰ সংশয় মোত কহিয়োক গঙ্গাসুত
কিবা শ্ৰেষ্ঠ যুদ্ধ সময়ত ।
কাহাৰ নিমিত্তে কোনে ইটো খড়্গ স্ৰজিলেক
ইহাৰ কাহিনী কহ মোত ॥
বৈশম্পায়ন নিগদতি শুনা পাণ্ডৱৰ নাতি
হেন যদি মাদ্ৰেয়ে পুছিলা ।
শান্তনুনন্দনে শুনি মাতিলন্ত মনে গুণি
নকুলক প্ৰশংসা কৰিলা ॥৩১৪৭১
ভীষ্ম নিগদতি বৰ শুনা নাতি বংশধৰ
কহো মই কথা পুৰাতন ।
এহিটো জগতখান জলে একাৰ্ণৱ ভৈল
আত নাছিলেক একজন ॥
নাহিকয় নৰ চৰ নাহিকে আকাশ খান
ৰবি চন্দ্ৰ সূৰ্য্যৰ প্ৰকাশ ।
ভৈল বৰ অন্ধকাৰ দেখিতে লাগয় ডৰ
নিচিনয় পূৰ্ব্বাপৰ দিশ ॥ ৩১৪৭২
কাহাৰো নাহিকে শব্দ বায়ুৰ সঞ্চাৰ নাহি
জল মাত্ৰ আছিলেক তাত ।
শুনা পাচে তাত পৰে বহুকাল অনন্তৰে
পিতামহ ব্ৰহ্মা ভৈলা জাত ॥
পাচে ব্ৰহ্মা অনুমানি স্ৰজিলেক বায়ু অগ্নি
তাত পাচে স্ৰজিলা ভাস্কৰ ।
পৃথিবী আকাশ খান নিৰ্ম্মাণ কৰিয়া থৈল
ঊৰ্দ্ধ অধঃ নিৰ্ম্মিলা অপাৰ ॥ ৩১৪৭৩

চন্দ্ৰ তাৰা স্ৰজিলেক গ্ৰহসব নিৰ্ম্মিলেক
শশধৰ স্ৰজিলেক পাচে।
দিন ৰাত্ৰি ঋতুচয় স্ৰজিলেক শশধৰ
দণ্ডুন ৰক্ষণ যত আছে॥
আত যেবে অনন্তৰে জন্মাইল সপ্তম পুত্ৰ
আতি তেজৱন্ত মুনিবৰ।
পৰম বৈষ্ণৱ আতি অদ্যাৱধি যাৰ খ্যাতি
কহো শুনা নাম তাসম্বাৰ॥ ৩১৪৭৪
মৰীচি পুলস্ত্য অত্ৰি অঙ্গিৰা বশিষ্ঠ আদি
ক্ৰতু যে পুলহ সমে সাত।
পিতামহ ব্ৰহ্মাদেৱ ললাটত হন্তে জানা
ৰুদ্ৰদেৱ পাচে ভৈলা জাত॥
প্ৰচেতস আদি কৰি আৰো দক্ষ প্ৰজাপতি
কলা ষষ্টি জন্মাইলা অপৰ।
আৰো ব্ৰহ্ম ঋষি যত জন্মাইলেক অপৰ্য্যন্ত
স্ৰজিলেক অসংখ্যাত বন॥ ৩১৪৭৫
নিৰ্ম্মিল ব্ৰহ্মাণ্ডগণ প্ৰাণীসব ভিনে ভিন
আৰো স্ৰজিলেক পিতৃগণ।
গন্ধৰ্ব্ব অপেস্বৰা বিবিধ ৰাক্ষস যত
স্ৰজিলেক কৰিয়া যতন॥
অশ্ব মৃগ মীন যত বানৰাদি অসংখ্যাত
অসুৰ বিবিধ সৰ্পচয়।
জলচৰ থলচৰ পক্ষীগণ নিৰন্তৰ
তৰুলতা যতেক আছয়॥ ৩১৪৭৬
আৰো কৃমি ডাস মস জন্মিল ব্ৰহ্মাৰ হন্তে
স্থাৱৰ জঙ্গম সৃষ্টি যত।
পূৰ্ব্বে দুই আছিলা নষ্ট স্ৰজিয়া কৰিলা স্পষ্ট
বেদধৰ্ম্ম থাপিলা তাহাত॥
দ্বাদশ আদিত্যগণ অষ্টবসুমান জন
আৰো একাদশ ৰুদ্ৰ দেৱ।
সিদ্ধ মুনি ঋষিচয় সেহিসে ধৰ্ম্মত স্থিত
অনুক্ৰমে সবে আচৰয়॥ ৩১৪৭৭
হিৰণ্যকশিপু আৰ হিৰণ্যাক্ষ বলীয়াৰ
বিৰোচন আৱৰ সম্বৰ।
প্ৰহ্লাদ কুমাৰ বলি বিপ্ৰচিত্তি সমে মিলি
আৰো অন্য দৈত্য নিৰন্তৰ॥
যেনে দেৱ আমি তেনে এহি বুলি মনে মানে
বেদধৰ্ম্ম যত লুপ্ত কৰে।
জানা প্ৰাণী নিৰন্তৰ নসাধয় প্ৰতিকাৰ
কিঞ্চিতেকো দায়াকো নাচৰে॥৩১৪৭৮
সাম দান ভেদ এৰি কেৱল দণ্ডুক ধৰি
সমস্ত প্ৰাণীক হিংসা কৰে।
বেদে বিহিলেক যত ধৰ্ম্মগণ কৰি ছন্ন
ঋষিৰ ধৰ্ম্মক নষ্ট কৰে॥
হে নমো নাৰায়ণ ভৱ ভয় বিমোচন
তব দুই অৰুণ চৰণ।
চিন্তয় যিসব নৰে সিয়ো ভয় বন্ধ তাৰ
বেদে সদা কৰিছে কীৰ্ত্তন॥৩১৪৭৯
তুমি দায়াশীল স্বামী হেন চৰণত আমি
অদ্যাৱধি গৈলোহো বিক্ৰয়।
মই জানা অধমত কিঞ্চিতেক কৰা দায়া
কৃপাময় হুয়োক সদয়॥
শুনিয়োক সৰ্ব্বজন কৃষ্ণ নামে নিজ ধন
জানি নাম নেৰিবা মনত।
কহে দ্বিজ লক্ষ্মীনাথ ইসে তৰণৰ পথ
ৰাম নাম ঘুষিয়ো সতত॥ ৩১৪৮০

---

পদ

বৈশম্পায়ন ঋষি বোলে শুনা জন্মেজয়।
পাচে যিটো কথা কৈলা ভীষ্ম মহাশয়॥
কহিবে লাগিলা কথা নকুলক মাতি।
শুনিয়ো নকুল মোৰ বংশধৰ নাতি॥ ৩১৪৮১
দৈত্যৰ দেখিয়া হেন প্ৰচণ্ড প্ৰভাৱ।
দেৱগণ চলি গৈলা ব্ৰহ্মাৰ যে ঠাৱ॥
সকল বৃত্তান্ত পিতামহ নিবেদিলা।
যেহিৰূপে দৈত্যসবে ধৰ্ম্ম বিধ্বংসিলা॥৩১৪৮২

দেৱতাগণক ব্ৰহ্মা বচনে সাদৰি।
ঋষিগণ সঙ্গে লৈয়া হিমৱন্ত গিৰি॥
দেখিলেক গৈয়া পাচে আতি ৰম্য স্থান।
মণি মুকুতাৰ কান্তি আতি সুশোভন॥ ৩১৪৮৩
বহল যে শতেক যোজন মান ভৈল।
যজ্ঞভূমি কৰি সেহি স্থানখান লৈল॥
নানাবিধ দ্ৰব্য তাতে হুয়াছে পুষ্পিত।
ভ্ৰমৰৰ ৰোল তাত শুনি বিপৰীত॥ ৩১৪৮৪
সহস্ৰ বৎসৰ তাতে যজ্ঞ আৰম্ভিলা।
কুশণ্ডি কৰিয়া পাচে অগ্নিক থাপিলা॥
যজ্ঞৰ যতেক পাত্ৰ সবে নিৰমিল।
পাচে সবে মিলিয়া যজ্ঞক আৰম্ভিল॥ ৩১৪৮৫
যজ্ঞত লাগিয়া আছে ব্ৰহ্ম ঋষি যত।
বেদৰ পাৰক তেহে পায়াছে সমস্ত॥
মন্ত্ৰ পঢ়ি বিপ্ৰসবে আহুতি দিয়য়।
হুৰ হুৰ কৰি অগ্নি দিশ প্ৰকাশয়॥ ৩১৪৮৬
প্ৰকাশ কৰয় যজ্ঞভূমিখান যত।
ঋষিগণে প্ৰকাশ কৰয় বিপৰীত॥
চন্দ্ৰমাক বেঢ়ি যেন নক্ষত্ৰ সকলে।
নিৰ্ম্মল গগন যেন আতিশয় জ্বলে॥ ৩১৪৮৭
সেহিমতে যজ্ঞভূমিখান শোভা কৰে।
শুনিয়োক কথা আৰে আত অনন্তৰে॥
অগ্নিক বিদাৰি এক মূৰ্ত্তি উতপন।
নীল উৎপল যেন শৰীৰৰ বৰ্ণ॥ ৩১৪৮৮
তীক্ষ্ণ দন্তসব আতি দেখি লাগে ভয়।
খালী পেট গোট যেন পিঠিত লাগয়॥
আতি তেজ তাহাৰ চাহিবে শক্তি নাই।
হেন ৰূপ দেখি ঋষি দেৱে আছে চাই॥ ৩১৪৮৯
বহ্নিহন্তে যেতিক্ষণে সিটো ব্যক্ত ভৈল।
সসাগৰা মহী মেৰু মন্দাৰ লৰিল॥
সাগৰৰ জলে মহা ঊৰ্ম্মিৰ আন্দোল।
জল স্থল সমস্তে ভৈলেক টলবল॥ ৩১৪৯০
সকল জগতখান ভৈল উতপাত।
সৰ্ব্বদেশ জুৰিয়া ভৈলেক উল্কাপাত॥
হেনয় প্ৰচণ্ড ইটো উতপাত লাগি।
বৃক্ষ শাখাগণ পৰিলেক ভাগি ভাগি॥ ৩১৪৯১
দশ দিশ জুৰিয়া ভৈলেক অন্ধকাৰ।
বহে চণ্ড বায়ু ভৈল লোক চমৎকাৰ॥
ঊসমিস লাগি বুলি মিলিল প্ৰলয়।
শুনা আই বাপ হেৰা কৈক যাইবো মই॥ ৩১৪৯২
হেন উতপাত ভৈল দেখি সি বেলাত।
আত অনন্তৰে কথা শুনিয়ো সাক্ষাত॥
যদি এহি ভাবে খড়্গ উতপন্ন ভৈলা।
ঋষিগণ সমস্তক ব্ৰহ্মায়ে বুলিলা॥ ৩১৪৯৩
লোকক ৰক্ষাৰ হেতু বধে অসুৰৰ।
মই চিন্তি ইটো মূৰ্ত্তি জন্মাইলো ডাঙৰ॥
দেখা ইটো জানা অগ্নিৰ নাহি পাৰ।
পৰম অদ্ভুত ইটো ঘোৰ চমৎকাৰ॥ ৩১৪৯৪
মূৰ্ত্তিমন্ত ৰূপ পাচে এৰিলা তেখন।
প্ৰকাশয় অসি ৰূপ ধাৰ আতি তীক্ষ্ণ॥
যেন কালান্তক ইটো দেখি হৰে প্ৰাণ।
শত্ৰুসকলক যেন কৰয় নিৰ্য্যাণ॥ ৩১৪৯৫
অধৰ্ম্ম গুচাইবে প্ৰতি দেৱ প্ৰজাপতি।
সিটো অসি দিলা শিতিকণ্ঠক সম্প্ৰতি॥
ঋষিগণে শঙ্কৰক কৰিলেক স্তুতি।
নমো ৰুদ্ৰ ৰূপ নমো নমো পশুপতি॥ ৩১৪৯৬
আমাসাৰ প্ৰীতি সাধি বধিলা ত্ৰিপুৰ।
সংগ্ৰামে বধিলা দুষ্ট যতেক অসুৰ॥
নমো বিশ্বৰূপ শিৱ শান্ত সনাতন।
পিণাকধাৰী যে নমো নমো ত্ৰিনয়ন॥ ৩১৪৯৭

নমোহো ত্ৰিশূলী ভস্ম বিভূষণ হৰ।
গাৱে ব্যাঘ্ৰ চৰ্ম্ম নমো দেৱ দিগম্বৰ॥
বৈকুণ্ঠে নিবাস কৰা বিষ্ণুৰূপ ধৰি।
মেৰুমূলে ব্ৰহ্মা হুয়া আছা সৃষ্টি কৰি॥ ৩১৪৯৮
পাতালত শ্বেত যে বৈকুণ্ঠ দিব্য স্থান।
অনন্ত স্বৰূপে তাত আছা পঞ্চানন॥
শিৱৰূপে কৈলাশত কৰিছা বসতি।
গিৰিৰাজ দুহিতৃৰ তুমি নিজ পতি॥ ৩১৪৯৯
প্ৰলয় কালত ৰুদ্ৰ ৰূপ ধৰা ঘোৰ।
তব ৰূপ দেখি কম্পমান চৰাচৰ॥
জটাসব থিয় কৰি মুণ্ডক জোকাৰি।
ঘোৰ আটাসেক দিয়া হাতে শূল ধৰি॥ ৩১৫০০
সেহি আটাসত তিনি লোক হোৱে ত্ৰস্ত।
অনন্তৰে কৰত লৱাহা পাশুপত্ৰ॥
সেহি অস্ত্ৰে সংহাৰ কৰাহা প্ৰাণী যত।
হেন ৰুদ্ৰ ৰূপী নমো তব চৰণত॥ ৩১৫০১
আৰো স্ৰজি আছা ব্ৰহ্মঅণ্ড যত যত।
সমস্তে ভাসিয়া আছে জল উপৰত॥
ঠেকা লাগি জোনো ডিম্বসব ভাগি যায়।
তুমি মহেশ্বৰে এহিমানে আশঙ্কায়॥ ৩১৫০২
হাতত ত্ৰিশূল ধৰি উপৰে জলৰ।
ভিন্ন ভিন্ন কৰি আছা ডিম্ব নিৰন্তৰ॥
সৃষ্টিবিধায়ক প্ৰভু কৰো নমস্কাৰ।
ইহেন সঙ্কটে হেৰা কৰিয়ো উদ্ধাৰ॥ ৩১৫০৩
ঋষিসবে আৰো স্তুতি বুলিলেক বাক।
পদ বাহুল্যাক ভয়ে নেলেখিলো তাক॥
হেন স্তুতি বাণী শুনি দেৱ দিগম্বৰ।
হাতে অসি ধৰি ৰূপ ভৈল ভয়ঙ্কৰ॥ ৩১৫০৪
ঘোৰ চতুৰ্ভুজ তেতিক্ষণে আসি ভৈল।
পদে উৰ্দ্ধশীৰ সূৰ্য্য মণ্ডলে থাপিল॥
উৰ্দ্ধ দৃষ্টি থূলন্তৰ শৰীৰ সাক্ষাত।
মুখ হস্তে অগনি নিকলে জাত জাত॥ ৩১৫০৫
বহুবৰ্ণ ধৰিয়া আছয় শৰীৰত।
নীল জেতুক বৰ্ণ আৰো যে লোহিত॥
ব্যাঘ্ৰ চৰ্ম্ম প্ৰকাশ কৰয় আতিকায়।
হেম তাৰা যেন প্ৰকাশয় ঠাই ঠাই॥ ৩১৫০৬
ললাটৰ চক্ষু যেন ভাস্বৰ সম্প্ৰতি।
কৃষ্ণ যে পিঙ্গল নেত্ৰ ভালে শোভে আতি॥
প্ৰলয়ৰ অগ্নি সম পৰম বিশাল।
হেন খড়গ লৈয়া হাতে আৰো হাতে ঢাল॥ ৩১৫০৭
সুবৰ্ণৰ তাৰা হাতে আছে ঠাই ঠাই।
চিকিমিকি দেখে যেন বিজুলীকা প্ৰায়॥
হাতে খড়গ ধৰি আকাশত দিলা পাক।
ভয়ানক শব্দ কৰি দীৰ্ঘ দিলা ডাক॥ ৩১৫০৮
খল খল কৰিয়া হাসিবে তথা লৈলা।
হেন ঘোৰ ৰূপ শিৱে প্ৰকাশ কৰিলা॥
হেন সময়ত শব্দ দানৱে শুনিলা।
ইটো কোন জন বুলি আনন্দ কৰিলা॥ ৩১৫০৯
হাতে ধনু কাড় পাশ লৈলা মুদগৰ।
শীঘ্ৰ বেগে আইলা লৰি কৰিবে সমৰ॥
ৰুদ্ৰক দেখিয়া কোন বুলি দিলা ডাক।
নাকে মুখে সবে বেঢ়ি দিলা শৰজাক॥ ৩১৫১০
প্ৰহাৰয় বেঢ়ি শৰ যেন খুৰ ধাৰ।
বৃক্ষ শিলা আদি সব হানিলা আপাৰ॥
তথাপিতো ৰুদ্ৰে তাক কটাক্ষ নকৰে।
যত অস্ত্ৰ শস্ত্ৰ মাৰে উফৰিয়া পৰে॥ ৩১৫১১
আত পাচে দানৱৰ অসংখ্যাত যত।
পৰম চঞ্চল সিটো সবে দুষ্ট চিত॥
খড়গধৰ ৰুদ্ৰদেৱে কৰে কিল কিল।
দেখিয়া দানৱসবে ত্ৰৈলোক চঞ্চল॥ ৩১৫১২

আতি চিত্ৰ দেখিয়া কাঢ়য় শীঘ্ৰ পদ।
এনয় ৰুদ্ৰক দৈত্যে মানয় অৰ্ব্বুদ ॥
দানৱৰ মধ্যে পশি দেৱ পঞ্চানন।
শুখান তৃণক দহে যেন হুতাশন ॥৩১৫১৩
সেহিমতে সংহৰে দানৱ যত যত।
কাৰো উৰু শিৰ কাটি পেলাৱে ভূমিত ॥
কাৰো খড়্গ ঘাৱে মাৰি হৃদয় বিদাৰে।
আধা কাটা হুয়া কতো ভূমিত বাগৰে॥৩১৫১৪
কাৰো দুই হাত কাটে কাৰো দুই পাৱ।
মাটিত বাগৰি ফুৰে বোলে বাপ মাৱ ॥
অসুৰৰ মৰা শৱে ধৰণী ঢাকিল।
পৰ্ব্বত আকাৰে দোলাদোলে পৰি ৰৈল ॥৩১৫১৫
অৱশিষ্ট দৈত্যে অন্যোঅন্যে মুখ চাই।
উঠিয়া বোলয় চলা যাওঁ অন্য ঠাই ॥
মহাভয়ে পলায় দৈত্য পাচক নচাই।
কতোহো ৰহিল গৈয়া জলত লুকাই ॥৩১৫১৬
কতো গৈয়া পৃথিবীৰ তলত লুকাইল।
পৰ্ব্বতে কাননে কতো ভয়ে প্ৰবেশিল ॥
এহিমতে দৈত্য ৰণে হুইলেক হতাশ।
প্ৰৱেশ কৰিলে গৈয়া কতোহো আকাশ॥৩১৫১৭
সেহি সময়ত ভৈলা দাৰুণ সমৰ।
নুহি নুপজিব হেন যুদ্ধ ভয়ঙ্কৰ ॥
তদা ৰণ ভূমিখণ্ডে প্ৰকাশ কৰয়।
ৰুধিৰ কৰ্দ্দমে জানা অধিক শোভয় ॥৩১৫১৮
মৃতক শৰীৰ দানৱৰ সেহি ঠাই।
শোণিতে লেপিত হুয়া অধিকে শুৱাই ॥
যেহেন পৰ্ব্বতে ফুলি আছয় পলাশ।
সেহিমতে শৱদেহে কৰয় প্ৰকাশ ॥৩১৫১৯
সুন্দৰী ৰমণী স্ত্ৰীৰ ঋতু সময়ত।
যেনে ৰক্তে প্ৰকাশয় ধৌত বসনত॥
ৰণভূমিখান সেহিমতে কান্তি কৰে।
শুনিয়োক কথা নাতি আত অনন্তৰে ॥৩১৫২০
এহিমতে সমৰত দৈত্য কৰি হত।
ধৰ্ম্ম সংস্থাপন কৈলা ইতিনি লোকত ॥
পাচে ৰুদ্ৰৰূপ এৰি জগতৰ জীৱ।
শান্তমূৰ্ত্তি ভৈলেক আপুনি সদাশিৱ ॥৩১৫২১
দেৱতা গন্ধৰ্ব্ব আৰো যত দেৱ ঋষি।
গন্ধে পুষ্পে শঙ্কৰক পূজিলা হৰিষি ॥
সেহিটো পূজাত সদাশিৱ তুষ্ট ভৈলা।
সেহি অসিখান পাচে বিষ্ণুত অপিলা ॥৩১৫২২
বিষ্ণুৱে আনন্দে দিলা মৰীচি ঋষিক।
মৰীচিয়ে দিলা পাচে ঋষিসকলক ॥
সকলো ঋষিয়ে দিলা মহেন্দ্ৰৰ হাতে।
অস্ত্ৰ পায়া মহেন্দ্ৰ আছিলা আনন্দতে ॥৩১৫২৩
দিক্‌পালসবক মহেন্দ্ৰে দিলা পাচে।
কতিপয় কাল খড়্গ সিসবত আছে ॥
সূৰ্য্যপুত্ৰ মনুক দিলন্ত অনন্তৰে।
খড়্গ দিয়া শিখাইলন্ত নীতি নিৰন্তৰে॥৩১৫২৪
আদিতে ভৈলাহা তুমি প্ৰজাৰ ঈশ্বৰ।
ইটো ধৰ্ম্ম গৰ্ভ অসি ধৰিয়া সত্বৰ ॥
যিবা জনে ধৰ্ম্ম হেতু কৰে উলঙ্ঘন।
ইটো অসি ধৰি তাক কৰিবা খণ্ডন ॥৩১৫২৫
দোষ অনুৰূপে দণ্ড কৰিবাহা চাই।
নকৰিবা দণ্ড তুমি আপুন ইচ্ছায় ॥
কাকো বাক্যে দণ্ডিবাহা কাকো বন্দী কৰি।
দোষ বুজি কাহাৰো সৰ্ব্বস্ব লৈবা হৰি॥৩১৫২৬
কাৰ্য্য চাই অঙ্গ ব্যঙ্গ কৰিবা ছেদন।
অল্প দোষ বৰ নকৰিবা কদাচন ॥
এহি হেতু খড়্গাক দিলোহো তযু হাতে।
নীতি ধৰ্ম্ম ধৰি প্ৰজা পালা অব্যাহতে ॥৩১৫২৭

মনুপুত্ৰ ক্ষুপক মনুৰে পাতি ৰাজা।
ইটো খড়্গ দিলেক পালিবে প্ৰতি প্ৰজা॥
ক্ষুপ হস্তে পাইল খড়্গ ইক্ষ্বাকু নৃপতি।
তাত হস্তে আয়ুষ্মন্ত ৰাজা লভিলন্তি ॥৩১৫২৮
নহুষে লভিল খড়্গ আয়ুষ্মন্ত হস্তে।
ঋভুৰে ধৰিলা সিটো খড়্গ আত হস্তে ॥
ঋভুহস্তে যযাতি নৃপতি খড়্গ পাইলা।
তাত হস্তে পুৰুৰাজা আনন্দে ধৰিলা ॥৩১৫২৯
অমূৰ্ত্ত বয়সে তাত হস্তে লভিলেক।
তাত অনন্তৰে গয় নৃপতি পাইলেক ॥
গয়ত লভিলা ভূমিসয় নৃপবৰ।
তাত হস্তে ভৰতে পাইলেক অনন্তৰ ॥৩১৫৩০
পৰম বৈষ্ণৱ ঐলবিল নৰপতি।
ভৰতত হস্তে খড়্গ আনন্দে পাইলন্তি॥
সিয়ো দিলে ধুন্ধুমাৰ নৃপতিক প্ৰতি।
মুচুকুন্দে অনন্তৰে পাইলেক সম্প্ৰতি ॥৩১৫৩১
মৰুত নৃপতি পাইলা আত অনন্তৰে।
পাইলা খড়্গ তাত যেবে আত অনন্তৰে ॥
অনন্তৰে যুৱনাশ্ব নৃপতিয়ে পাইলা।
যুৱনাশ্ব হস্তে ৰঘু ৰাজায়ে লভিলা ॥৩১৫৩২
ইক্ষ্বাকুৰ বংশে হৰিনাশ্ব নৰেশ্বৰ।
ৰঘুহস্তে লভিলেক সিটো অসিবৰ ॥
শুনকে পাইলেক হৰিনাশ্ব নৃপতিত।
তাত হস্তে উশীনৰ নৃপতি পাইলন্ত ॥৩১৫৩৩
উশীনৰহস্তে ইটো ধৰ্ম্ম অসিখান।
ভোজ যদুবংশেয়ো লভিলা বিদ্যমান ॥
যদুবংশ হস্তে পাইলা শিবি নৃপে অসি।
অনন্তৰে পাৰ্তৰ্দ্দনে ধৰিলা হৰিষি॥৩১৫৩৪
প্ৰাৰ্তৰ্দ্দনে দিলা ৰঙ্গে অষ্টকক পাই।
আত লভিলেক উসনাশ্ব মহাবায় ॥
আত অনন্তৰে পাইল দ্ৰোণ ভৰদ্বাজ।
তাত লভিলেক খড়্গ কৃপ দ্বিজৰাজ॥৩১৫৩৫
কৃপাহস্তে পালে তোমাসাৰ পাঞ্চভাই।
এহিমানে কহিলো খড়্গৰ অভিপ্ৰায় ॥
খড়্গৰ দেৱতা অগ্নি কৃত্তিকা নক্ষত্ৰ।
গুৰু ৰুদ্ৰ দেৱ আৰো কহিত যে গোত্ৰ ॥৩১৫৩৬
কহিবো অসিৰ অষ্টবিধ আছে নাম।
শুনিয়ো নকুল তাৰ নাহিকে উপাম ॥
অসি বিশসন খড়্গ আৰো তীক্ষ্ণধাৰ।
দুৰাসদ শীৰিগৰ্ভ বিজয় আৰৰ ॥৩১৫৩৭
ধৰ্ম্মপাল সমে এহি কৈলো নাম অষ্ট।
যাহাৰ কীৰ্ত্তনে গুচে সংগ্ৰামৰ কষ্ট ॥
সৰ্ব্বত্ৰে জয়ক লভে নাহি পৰাজয়।
অসিৰ কহিলো এহি মহিমা নিশ্চয় ॥৩১৫৩৮
আৰো কহো ধনুৰ্বিদ্যা ভৈল যেন ৰূপে।
প্ৰথমে স্ৰজিলা ইটো পৃথু মহানৃপে॥
সেহি পৃথু নৃপে ইটো দুহিলে ধৰণী।
সবাতো কৰিয়া সিটো ৰাজা অগ্ৰগণী ॥৩১৫৩৯
নমো নন্দসুত কৃষ্ণ পুৰুষ উত্তম।
ভকতৰ ধন দুষ্টসকলৰ যম ॥
নমো গোৱৰ্দ্ধনধাৰী গোপীৰ বান্ধৱ।
কৰা অনুগ্ৰহ মোক তুমি সি মাধৱ ॥৩১৫৪০
অজ্ঞান আন্ধাৰে মোক গ্ৰসিলে সদায়।
যাতো প্ৰভু তোমাসাৰ কিছো কৃপা নাই॥
তযু পাদপদ্মে সদা কৰোহো গোচৰ।
ইটো মহা মোহজৰী ছিণ্ডিয়ো মোহোৰ॥৩১৫৪১
তযু কৃপালেশে কিবা হওঁ তযু দাস।
মই প্ৰাৰ্থকৰ মন সিদ্ধি কৰা আশ॥
আগমাদি শাস্ত্ৰত কহিছে সমস্তয়।
কৰুণা-সাগৰ দীন-বন্ধু দয়াময় ॥৩১৫৪২

কৃপাৰ সাগৰ হৰি দেৱ জনাৰ্দ্দন।
অল্পে তুষ্ট হুয়া সবে সাধে প্ৰয়োজন ॥
হেন জানি শৰণ পশিলো তুই পাৱে।
কৃপালেশ দিয়া মোক তুমি সি বান্ধৱে ॥৩১৫৪৩
শুনা সৰ্ব্বজন কথা অমৃতৰ সৰি।
ইহাৰ শ্ৰৱণে নিষ্টে তুষ্ট হোন্ত হৰি ॥
গঙ্গা আদি তীৰ্থ যত আছে সংসাৰত।
সমস্তৰে পুণ্য সিজে আৰে শ্ৰৱণত ॥ ৩১৫৪৪
হেন জানি শুনিয়ো আলাস পৰিহৰি।
পাপক্ষয় হুইব পাইবা বিষ্ণুৰ নগৰী ॥
দ্বিজ লক্ষ্মীনাথে কহে শুনা সৰ্ব্বজন।
ৰাম হৰি বুলি সবে তৰিয়ো এখন ॥ ৩১৫৪৫

পদ

যুধিষ্ঠিৰে বোলে শুনা শান্তনু-নন্দন।
কেনে লোকসবত কৰিবো সম্ভাষণ ॥
মিত্ৰ কৰিবাৰ কোন জন হুইব পাত্ৰ।
কোন কেন জন একো নজানোহো মাত্ৰ ॥'৫৪৬
তুৰ্ল্লভ সুহৃদ হিত জন কেহো নাই।
এহি কথাসাৰ মোত কহিয়ো বুজাই ॥
ভীষ্ম বোলে শুনিয়োক কুন্তীৰ নন্দন।
কহিবো তোমাত মই ইহাৰ কাৰণ ॥ ৩১৫৪৭
কোন শক্ৰ কোন মিত্ৰ চিনাইবো তোমাক।
এক চিত্ত মনে বাপু শুনিয়ো ইহাক ॥
যিটো যিটো লুব্ধকে এৰিলে ধৰ্ম্মচয়।
পৰ নিকাৰ যেন শঠৰ আলয় ॥ ৩১৫৪৮
আতি অল্পজন পাপ সদায়ে আচৰে।
সদায়ে আশঙ্কা মনে আলাসতে মৰে ॥
দীৰ্ঘসূত্ৰী কুটিল যে গুৰুভাৰ্য্যা হৰে।
আতি দুষ্টচিত্ত কিছো ব্যাপাৰ নাচৰে ॥৩১৫৪৯
সৰ্ব্বকালে পাপে ৰত দেৱক নিন্দয়।
ইন্দ্ৰিয়ৰ কৰ্ম্ম পাপ কৰিয়া ফুৰয় ॥
সদায়ে অসত্য বোলে লোকক পীড়য়।
পৰম দুৰ্জ্জন খল সবে পাপাশয় ॥ ৩১৫৫০
চলে পাইলে মিত্ৰক কৰয় অপকাৰ।
পৰম ঘাতুক আতি দুষ্ট দুৰাচাৰ ॥
মনুষ্যৰ যথাশক্তি দেয় তথা ধন।
সেহিসে দানত যাৰ তুষ্ট নোহে মন ॥ ৩১৫৫১
অকাৰণে ক্ৰোধ সদা কৰিয়া থাকয়।
মিত্ৰ কৰিবাৰ ইসবত যোগ্য নয় ॥
অল্পদোষে সুহৃদক তেজে যিবাজন।
সেহিসে পৰম মূঢ় জানাহা ৰাজন ॥ ৩১৫৫২
ভাল মন্দ নচাই যিটো জোৰাৱয় ভাৰ।
সদায় কৰিয়া ফুৰে লোক অপকাৰ ॥
মিত্ৰে দ্ৰোহ কৰে উপকাৰক পাসৰে।
সকলোৰে ছিদ্ৰ চাই অনুক্ষণে ফুৰে ॥ ৩১৫৫৩
ইসবত মিত্ৰ নকৰিবা মহাশয়।
যাত মিত্ৰ কৰিবাহা কহিবো নিৰ্ণয় ॥
কুলৱন্ত হুইব আতি বাক্যত চতুৰ।
মৃদু-বাক্য বুলিবেক শুনিতে মধুৰ ॥ ৩১৫৫৪
সদা মিত্ৰ হুইব জানা জ্ঞানেৰে সম্পন্ন।
লোভ মোহ আদি বৰ্জ্জিবেক সৰ্ব্বক্ষণ ॥
আতি ৰূপৱন্ত শ্ৰম সহিবে পাৰয়।
মধুৰ গুণেৰে যুক্ত হুইবে সদাশয় ॥ ৩১৫৫৫
শক্তি অনুৰূপে জানা সন্তক সেৱয়।
আপুনাক পীড়া দিয়ে মিত্ৰক ৰাখয় ॥
বিৰক্তি ভৈলেয়ো তাত নাহি অসন্তোষ।
গালি পাৰিলেয়ো মনে নকৰয় ৰোষ ॥ ৩১৫৫৬
যেন ৰক্ত বসনে সবাৰে মন যায়।
সেহিমতে পুত্ৰে প্ৰীতি বাঢ়য় সদায় ॥

ধৰ্ম্ম অধৰ্ম্মক যিটো নিতান্তে জানয় ।
দলি সুৱৰ্ণতো যাৰ সম বুদ্ধি হয় ॥ ৩১৫৫৭
হেন লোক চাই মিত্ৰ কৰিবাহা নাতি ।
তেবেসে সন্তোষ পাবা বাঢ়িব খিয়াতি ॥
যেন চন্দ্ৰে প্ৰতি দিনে কলা বৃদ্ধি পায় ।
সেহিমতে নৃপতিৰ ৰাজ্য বাঢ়ি যায় ॥ ৩১৫৫৮
যুধিষ্ঠিৰ বদতি শুনিয়ো নৰবৰ ।
এক গুটি সংশয় মোৰ লাগিছে ডাঙ্গৰ ॥
মিত্ৰদ্ৰোহী কৃতঘ্নৰ কহিয়ো লক্ষণ ।
ইহাক শুনিলে মোৰ স্বস্থ হোৱে মন ॥ ৩১৫৫৯
ভীষ্ম নিগদতি শুনা কুন্তীৰ কুমাৰ ।
আত এক ইতিহাস কহিবো-সুন্দৰ ॥
সম্বাদ ভৈলেক যেন ম্লেচ্ছ ব্ৰাহ্মণৰ ।
সাৱধান মনে শুনিয়োক নৰেশ্বৰ ॥৩১৫৬০
মধ্যদেশে আছিলেক এক বিপ্ৰবৰ ।
তাত ব্ৰহ্মগুণ জানা নাহিকে বিস্তৰ ॥
ভিক্ষাৰ নিমিত্তে সিটো ভ্ৰমিবে লাগিল ।
পথ ক্ৰমে গৈয়া ডকাইতৰ গ্ৰাম পাইল ॥৩১৫৬১
সেহি গ্ৰামে ডকাইতৰ আছে অধিপতি ।
অৰ্থ পৰিপূৰ্ণ নিতে বাঢ়িছে সম্পত্তি ॥
লুটি পুটি মাৰি কাটি আনে অৰ্থচয় ।
যেহি যিবা খোজে তাক দিবাক পাৰয় ॥৩১৫৬২
তাৰ ঘৰে গৈয়া সেহি বিপ্ৰ উপসন্ন ।
বিপ্ৰক দেখিয়া সিটো বুলিলা বচন ॥
কৈৰ পৰা বাপু তুমি আসি আছা এথা ।
নাভাণ্ডিবা মোত স্বৰূপত কহা কথা ॥ ৩১৫৬৩
মোৰ গৃহে আইলা কিবা যাচ্ঞা কৰিবাক ।
কহা জাণ্ট কৰি সত্যে দিবোহো তোমাক ॥
হেন শুনি ব্ৰাহ্মণৰ ৰঙ্গ ভৈলা বৰ ।
ডকাইতক প্ৰতি হেন বুলিলা উত্তৰ ॥ ৩১৫৬৪
জানিলো তোমাক মই বৰ দাতাৱন্ত ।
মোহোৰ দুখৰ তুমি কৰিয়োক অন্ত ॥
পেটত নাহিকে ভাত গাৱে কানি নাই ।
ৰহিবাক লাগি হেৰা কৈত নাহি ঠাই ॥ ৩১৫৬৫
এতেকে তোমাৰ থানে কৰিবো আশ্ৰয় ।
অনুগ্ৰহ কৰি মোৰ গুচায়োক ভয় ॥
হেন বাক্যে ডকাইতৰ দায়া সম্পজিলা ।
নবীন বসন আনি ব্ৰাহ্মণক দিলা ॥ ৩১৫৬৬
নবীন যুৱতী আনি পৰম সুন্দৰী ।
কটাক্ষতে মুনিৰো চিত্তক নেয় হৰি ॥
কেশচয় সুন্দৰ বান্ধিছে উচ্চ কৰি ।
মালতীৰ মালা পিন্ধি ৰঞ্জিছে কবৰী ॥ ৩১৫৬৭
কপালে সিন্দুৰে প্ৰকাশয় আতিশয় ।
ভ্ৰূৰ-যুগ জ্বলে মদনৰ ধনু নয় ॥
নাসা তিল-ফুল ঠান দন্ত মুক্তাপান্তি ।
কমলৰ পাহি চক্ষু দুযো কৰে কান্তি ॥ ৩১৫৬৮
পূৰ্ণচন্দ্ৰ সমান আনন্দে সদা ৰাজে ।
সুৱৰ্ণৰ গলপতা গলত বিৰাজে ॥
হিয়ে প্ৰকাশয় স্তন ডালিম্বৰ নয় ।
কৃশ মধ্যদেহ হৰ ডম্বৰু আম্বয় ॥ ৩১৫৬৯
বাহুত বলয়া কৰে প্ৰকাশে কঙ্কণ ।
কেতেকী কুসুম যেন শৰীৰৰ বৰ্ণ ॥
হেন কন্যা গৌতম বিপ্ৰক প্ৰতি দিলা ।
দেখি ব্ৰাহ্মণৰ বৰ আনন্দ মিলিলা ॥ ৩১৫৭০
গৃহবাৰী কৰিয়া বিপ্ৰক দিলা দান ।
কন্যা সমে ব্ৰাহ্মণে লভিলা সেহিস্থান ॥
আনন্দতে সেহিস্থানে কৰিলা নিবাস ।
কন্যা পায়া ব্ৰাহ্মণৰ পূৰ্ণ ভৈল আশ ॥ ৩১৫৭১
ডকাইতৰ বৃত্তি সিটো কৰিলা গ্ৰহণ ।
পক্ষী মাৰিবাক লাগি লৈলা ধনুৰ্ব্বাণ ॥

বনত পশিয়া সিটো মাৰে পক্ষীচয় ।
বিক্রয় কৰয় কত আপুনি ভুঞ্জয় ॥ ৩১৫৭২
চক্রবাক পক্ষীচয় জলে থাকে পৰি ।
তাক বাণে বিন্ধিয়া মাৰয় লক্ষ্য কৰি ॥
এহিমতে পক্ষী মাৰি ফুৰে ৰাত্রি দিন ।
তাহাক বিক্রয় কৰি ধৰিছে জীৱন ॥ ৩১৫৭৩
ব্রাহ্মণৰ কৰ্ম্ম যত সবাকে তেজিলা ।
সদা প্রাণীবধতে তাহাৰ চিত্ত বৈলা ॥
যেহেন ডকাইত সিটো বিপ্র তেন ভৈলা ।
এহিমতে কতকাল তাহাত বঞ্চিলা ॥ ৩১৫৭৪
কহিলো তোমাত ইটো কুন্তীৰ তনয় ।
পাচে যেন কথা ভৈল শুনা মহাশয় ॥
আসিল ব্রাহ্মণ এক পৰম সুথিৰ ।
গাৱে পীতবস্ত্র আতি দেখিতে সুন্দৰ ॥ ৩১৫৭৫
মাথে প্রকাশিয়া আছে দিব্য জটাজুট ।
ললাটত শোভা কৰে চৰাচৰ ফোট ॥
জকমক কৰে দান্ত আতি শুক্ল প্রায় ।
ওষ্ঠ প্রকাশন্তে যেন বিজুলীকা প্রায় ॥ ৩১৫৭৬
চাৰি বেদ চৈধ্য শাস্ত্র সবাতে পাৰ্গত ।
সদা ঈশ্বৰৰ মূৰ্ত্তি চিন্তে হৃদয়ত ॥
পৰম শ্রীমন্ত জানা সবাতে বিনীত ।
নিয়ত আহাৰ তেহে কৰে প্রতিনিত ॥৩১৫৭৭
সবাতে সমান সিটো ব্রহ্মগুণ যত ।
ৰামকৃষ্ণ নাম মাত্র নেৰন্ত মুখত ॥
শূদ্রৰ অন্নক সিটো নখাৱে সমুলি ।
চাহে মানে বিপ্র গৃহ কৈত পাইবো বুলি ॥ ’৭৮
পচে গৈয়া পাইলা পথে গ্রাম ডকাইতৰ ।
সমস্ত ডকাত তাতে আছে নিৰন্তৰ ॥
ব্রাহ্মণৰ গৃহ তাত নপাৱে বিচাৰি ।
সৰ্ব্বত্রে আছয় শূদ্র গৃহ শাৰী শাৰী ॥ ৩১৫৭৯
চক্ষু বলাই চাৱে কৈতো নেদেখে উত্তম ।
পাচে গৈয়া পাইল যথা আছয় গৌতম ॥
ব্রাহ্মণৰ গৃহ পাই মনত হৰিষ ।
পৰম আনন্দে গৈয়া ভৈলন্ত প্রবেশ ॥ ৩১৫৮০
প্রভাতে গৌতম গৈলা পক্ষী মাৰিবাক ।
গৃহত আসিয়া দেখে সিটো ব্রাহ্মণক ॥
কৈৰ হন্তে ইটো বিপ্র আসিল কেমনে ।
ইহাৰ আগত মুখ দেখাইবোহো কেনে ॥ ৩১৫৮১
এহি বুলি গৌতম ভৈলন্ত লজ্জা তাৱ ।
সেহি বিপ্রে গৌতমক পাইল সেহি ঠাৱ ॥
জীউ মাত্র ব্রাহ্মণৰ দেখে কুলাধম ।
ঘোৰ মূৰ্ত্তি ধৰি আছে সাক্ষাতে যে যম ॥ ৩১৫৮২
হাতে ধনুৰ্ব্বাণ পিঠিত যে মৰা পক্ষী ।
সকল শৰীৰে তেজে টলবল দেখি ॥
হেন দেখি গৌতমক বুলিলা ব্রাহ্মণ ।
শুন অৰে মূঢ় তই গৌতম বচন ॥ ৩১৫৮৩
কি কাৰণে বিপ্র কুলে ভৈলি উতপন্ন ।
কুচ্ছিত স্বভাৱ ধৰি কুল কৈলি ছন্ন ॥
মধ্যদেশে অকাৰণে সদকুলে ভৈলি ।
কি কাৰণে মূঢ় ব্যাধকৰ্ম্মক ধৰিলি ॥ ৩১৫৮৪
ভাবিয়া চাহিয়ো তোৰ পূৰ্ব্ব পুৰুষক ।
মহাজ্ঞানী পায়া আছে বেদৰ সাৰক ॥
সিসবৰ খ্যাতি দশোদিশে আছে জলি ।
সেহিটো বংশত তই ধূমকেতু ভৈলি ॥ ৩১৫৮৫
ভাবি চোৱা আপুনাক ভৈলি কুলাধম ।
এতেকে এৰিয়ো তই ইটো কুলধৰ্ম্ম ॥
ডকাইতৰ সঙ্গত কৰিলি গৃহবাস ।
মোৰ বাক্যে ইহাৰ এৰিয়ো ঝাণ্টে আশ ॥৩১৫৮৬
এহিমতে দ্বিজে যদি কহিলেক তথা ।
ভীষ্মে বোলে যুধিষ্ঠিৰ শুনা পাচ কথা ॥

পাচে সেহি বিপ্রে শুনিলেক হেন বাণী।
আৰ্ত্ত ভাৱে গৌতমেয়ো বুলিলা আপুনি॥৩১৫৮৭
শুনা দ্বিজৰাজ মোৰ কহো অভিপ্ৰায়।
মোত পৰ দুখিত দাৰুণ কেহো নাই॥
নাহিকয় জ্ঞান মোৰ শাস্ত্ৰকো নজানো।
অৰ্থেসে পৰম বন্ধু সদা মনে মানো॥ ৩১৫৮৮
তোমাক দেখিলো মই ভৈলোহো কৃতাৰ্থ।
তথাপিতো মনে মোৰ বাঞ্ছা মাত্ৰ অৰ্থ॥
তুমি সমে যাইবো কালি বুলিলোহো বাণী।
এখনে থাকোহো দুয়ো এহি ৰাত্ৰি খানি॥ ৩১৫৮৯
গৌতমৰ শুনি হেন বচনসকল।
ঘিণত তাহাৰ ঘৰে নুছুইলেক জল॥
নানা দ্ৰব্য দিলা আনি গৌতমে সম্প্ৰতি।
ভুঞ্জিবেক লাগি কৰিলেক স্তুতি নতি॥ ৩১৫৯০
সেহিটো ব্ৰাহ্মণ যদি ক্ষুধাত আতুৰ।
তথাপিতো সেহি দ্ৰব্য নকৰিলে টৈৰ॥
ভীষ্ম নিগদতি কথা কুন্তীৰ তনয়।
এহিমতে তথাতে ৰজনী গৈল ক্ষয়॥ ৩৫৫৯১
ৰাত্ৰি অবিহনে গৈলা দ্বিজেও গুলাই।
গৌতমেয়ো সমুদ্ৰক শীঘ্ৰে গৈলা ধাই॥
পথত দেখিলা গৈয়া সদাগৰচয়।
সমুদ্ৰক গতি সিসবেয়ো কৰিছয়॥ ৩১৫৯২
সেহিসব সঙ্গে কৰি আনন্দিত মতি।
পৰম আনন্দে সমুদ্ৰক কৈলা গতি॥
নদীত গৈ আছে সবে নৌকাৰ উপৰ।
দেখে গজহস্তীচয় আছয় ওচৰ॥ ৩১৫৯৩
পৰম উন্মত্ত বহু দুৰ জুৰি আছে।
দেখে হস্তীচয়ে নৌকাসব যায় কাছে॥
উজৰিলা হস্তীচয় ক্ৰোধৰ বেগত।
কৰে ধৰি দশনে সবাকে কৈলা হত॥ ৩১৫৯৪

সেহিটো গৌতম যেবে পৰিলা জলত।
ডুব দিয়া শীঘ্ৰে গৈয়া উঠিল পাৰত॥
ভয়হন্তে মুক্ত হৈয়া চাহে চতুৰ্ভিতি।
শীঘ্ৰবেগে উত্তৰ দিশক কৈলা গতি॥ ৩১৫৯৫
বনে বনে ফুৰে সিটো নাহিকে উদ্দেশ।
দেখিল্বা তাহাক যেন কুচ্ছিত পুৰুষ॥
পাচে কত দূৰে গৈয়া পাইল দিব্য বন।
ফলে ফুলে জাতিস্কাৰ আছে বৃক্ষগণ॥ ৩১৫৯৬
সকল ঋতুত তাতে শোভে বৃক্ষচয়।
পুষ্পিত হুই আছে বন অধিকে শোভয়॥
গন্ধৰ্ব্ব কিন্নৰ যক্ষ বানৰসকল।
নিবাস কৰিয়া তাত কৰে কৌতুহল॥ ৩১৫৯৭
শাল তাল তমাল অশ্বত্থ বৃক্ষ যত।
অগৰু চন্দন বট বৃক্ষ অপৰ্য্যন্ত॥
নানা দ্ৰুম লতা সব ফুলি ফুলি আছে।
শীতল সুগন্ধি পুষ্প আছে কাছে কাছে॥৩১৫৯৮
বিবিধ চটক তাত আছে পৰি পৰি।
মধুপানে ৰাৱ তেজে সুললিত কৰি॥
আছে একবিধ পক্ষী কৈতো দেখা নাই।
তাহাৰ বদন যেন মনুষ্যৰ প্ৰায়॥ ৩১৫৯৯
বৃক্ষৰ উপৰে তাক অধিকে শুৱাই।
আৰো নানাবিধ পক্ষী সীমা সংখ্যা নাই॥
জলচৰ পক্ষী সব সমুদ্ৰে থাকয়।
সিসবো আসিয়া সেহি বনত বঞ্চয়॥ ৩১৬০০
হৃষ্ট পুষ্ট হুয়া থাকে আতি আনন্দিত।
তাহাৰ মধুৰ ৰাৱে মনক মোহন্ত॥
সেহিটো সুস্বৰ ৰাৱ শুনিয়া গৌতম।
লাসে লাসে গতি কৰে দূৰে গৈল শ্ৰম॥ ৩১৬০১
সেহি বন তল সব আতি ৰম্য স্থান।
প্ৰতি গাছতলে ভিণ্ডা কৰিছে নিৰ্ম্মাণ॥

সুৱৰ্ণ মাণিকে তাতে কৰি আছে চিত্ৰ।
পৰম সুন্দৰ তাক দেখিতে বিচিত্ৰ ॥ ৩১৬০২
জানা যুধিষ্ঠিৰ তাৰ সম কৈতো নাই।
নিশ্চয় বুজিবা সিটো স্বৰ্গপুৰ প্ৰায় ॥
তাতে এক বটবৃক্ষ আছে মনোহৰ।
কান্তি কৰি আছয় দেখিতে ভয়ঙ্কৰ ॥ ৩১৬০৩
তাৰ বহু শাখায়ে জুৰিছে বহু দুৰ।
অসংখ্য আপাৰ পত্ৰ গহীন সুথিৰ ॥
যাৰ তলে ৰৌদ্ৰ বৃষ্টি একোৱে নপায়।
আতি ঘন ছায়া তাৰ যেন চন্দ্ৰপ্ৰায় ॥ ৩১৬০৪
চন্দনৰ জলে মুল কৰিছে লেপন।
শোভা কৰি আছে তাৰ দিব্য পুষ্পগণ ॥
সেহিসে বৃক্ষৰ কৈতো নাহিকে উপাম।
পৰম শ্ৰীমন্ত যেন ব্ৰহ্মসভা সম ॥ ৩১৬০৫
যেন দেৱতাৰ গৃহে আছয় আৱৰি।
সিমতে আৱৰি বৃক্ষ আছে শাৰী শাৰী।
ফল পুষ্পগণে আতি কৰে জাতিঙ্কাৰ।
তাহাৰ উপমা কৈতে শক্তি আছে কাৰ॥৩১৬০৬
হেনয় স্থানত ভৈলা গৌতম প্ৰৱেশ।
সবে শ্ৰম দূৰে গৈল লভিলেক হৰ্ষ ॥
দিব্য স্থান পাইয়া তাতে বসিল ব্ৰাহ্মণ।
সুগন্ধি শীতল মন্দ বহিছে পৱন ॥ ৩১৬০৭
পুষ্পৰো সুৰভি গন্ধে মনক মোহয়।
গৌতমৰ মনে বৰ আহ্লাদ মিলয় ॥
সেহি বায়ু পৰ্শে তাৰ ভাগৰ গুচিল।
মহাসুখে পৰিয়া তাহাতে নিদ্ৰা গৈল ॥ ৩১৬০৮
সেহি সময়ত জানা সূৰ্য্য গৈল অস্ত।
মিলিল ৰজনী সন্ধ্যা কাল উপস্থিত ॥
সেহি সময়ত যুধিষ্ঠিৰ নৃপবৰ।
শুনা পাচকথা কহোঁ আত অনন্তৰ ॥ ৩১৬০৯

কশ্যপৰ আত্মজ সুৰভি হন্তে জাত।
নাৰীজঙ্ঘ বক বোলে জগতে প্ৰখ্যাত ॥
সমস্ত বকৰ মধ্যে ভৈলেক ঈশ্বৰ।
পক্ষীৰ মধ্যত জানা সেহি শ্ৰেষ্ঠতৰ ॥ ৩১৬১০
ৰাজধৰ্ম্ম বোলে তাক জানা মহামতি।
প্ৰতিদিনে ব্ৰহ্মাৰ সভাক কৰে গতি ॥
ব্ৰহ্মায়ে সহিতে দুইৰো ভৈল মিত্ৰৰতি।
সখি বুলি পিতামহে আশ্বাসে সম্প্ৰতি ॥ ৩১৬১১
সেহি বটবৃক্ষ তাৰ ভৈল নিজ ঘৰ ॥
তাহাতে আছয় সিটো অনেক বৎসৰ ॥
প্ৰভাততে গৈয়া ব্ৰহ্মসভাতে আছিল।
সন্ধ্যা সময়ত সিটো বটমূলে আইল ॥ ৩১৬১২
দেৱকন্যা গৰ্ভে জন্ম ধৰিয়া আছয়।
দেৱ সম কান্তি তাৰ অধিকে জ্বলয় ॥
সকলো শৰীৰে অলঙ্কাৰ ৰাশি ৰাশি।
প্ৰভাতৰ সূৰ্য্য যেন আসন্ত প্ৰকাশি ॥ ৩১৬১৩
দেখিয়া গৌতমে তাক লভিলা বিস্ময়।
পক্ষীৰ আকাৰ দেখা দেৱতাৰ নয় ॥
ক্ষুধাৰ্ত্ত ৰহিয়া বিপ্ৰ সিথানতে আছে।
ৰাজধৰ্ম্ম দেখি হেন বুলিলেক পাচে ॥ ৩১৬১৪
কৈৰ হন্তে কুশলে আসিলা দ্বিজবৰ।
কিবা হেতু তুমি প্ৰৱেশিলা মোৰ ঘৰ ॥
তোমাক দেখিয়া মই ভৈলো আনন্দিত।
সন্ধ্যাকাল আসি হেৰা ভৈলা উপস্থিত ॥ ৩১৬১৫
মোৰ ঘৰে আনন্দিত পালোহো অতিথি।
বিধি অনুসাৰে আজি পূজিবো সম্প্ৰতি ॥
ভীষ্ম নিগদতি কথা শুনা নৃপবৰ।
পক্ষীৰ শুনিয়া হেন বচন সুন্দৰ ॥ ৩১৬১৬
বিস্ময়ে গৌতমৰ আনন্দৰ নাহি পাৰ।
তুমি কোন বুলিয়া পুছিলা দ্বিজবৰ ॥

ৰাজধৰ্ম্ম বোলে বিপ্ৰ শুনিয়ো কাহিনী ।
পিতৃ মোৰ কশ্যপ জননী দাক্ষায়ণী ॥ ৩১৬১৭
তোমাক অতিথি কৰি পালো দ্বিজৰাজ ।
জানিলো সকলে মনোনীত ভৈলা কাজ ॥
কুশলে আসিলা প্ৰভু শোভন গমন ।
এহি বুলি পক্ষী তাক কৰয় কাৰ্পূণ্য ॥ ৩১৬১৮
ভীষ্ম নিগদতি এহিমতে সিটো পক্ষী ।
বিধি অনুসাৰে পূজা কৰিলাহা দক্ষী ॥
শালবৃক্ষ পত্ৰে শয্যা নিৰ্ম্মিলা তেখন ।
ব্ৰাহ্মণক দিলা তাতে শুইবাৰ কাৰণ ॥ ৩১৬১৯
গঙ্গানদী হন্তে বৰ মৎস্যসব আনি ।
বিপ্ৰৰ সমীপে পাচে জ্বালিলা অগনি ॥
সেহি অগনিত মৎস্যসব দগ্ধ কৈলা ।
সেহি দগ্ধ মীন অতিথিক সমৰ্পিলা ॥ ৩১৬২০
তাক ভুঞ্জি গৌতমেয়ো উদৰ পূৰিলা ।
সেহি শয্যামাজে গৈয়া শয়ন কৰিলা ॥
পৰম সুগন্ধি শয্যা গন্ধে আমোদিত ।
গৌতমত বকৰাজে পুছে আনন্দত ॥ ৩১৬২১
কি কাৰ্য্যে আসিলা বিপ্ৰ ইটো বনমাজ ।
মনুষ্যৰ থান নোহে ইসে দেৱৰাজ ॥
হেন শুনি গৌতমে মাতিলা তাক চাই ।
মোত কৰি দৰিদ্ৰ জানাহা কোন নাই ॥ ৩১৬২২
দ্ৰব্যক আশায়ে মই আইলো সমুদ্ৰক ।
তাক শুনি বাক্য হেন বুলিলেক বক ॥
শুনা দ্বিজৰাজ মোৰ বচন সম্প্ৰতি ।
অৰ্থ উপাৰ্জ্জনৰ জানাহা চাৰি নীতি ॥ ৩১৬২৩
পৰম্পৰা ৰূপে কতো অৰ্থক লভয় ।
দেৱতায়ে দিয়ে কাকো জানা অৰ্থচয় ॥
কৰ্ম্ম অনুসাৰে কতো জনে পাৱে ধন ।
মিত্ৰহন্তে অৰ্থ পাৱে জানা কোনো জন ॥ ৩১৬২৪
মোহোৰ সুহৃদ আসি ভৈলাহা যেখন ।
কৰিবোহো যত্ন যেনমতে পাবা ধন ॥
এহিমতে কথাতে ৰজনী ভৈল ক্ষয় ।
প্ৰভাত আসিয়া ভৈল সূৰ্য্যৰ উদয় ॥ ৩১৬২৫
ৰাজধৰ্ম্ম বদতি শুনিয়ো দ্বিজবৰ ।
বিৰূপাক্ষ নামে ৰাজা আছে ৰাক্ষসৰ ॥
পৰম ধাৰ্ম্মিক ৰাজা দানে ধৰ্ম্মে ৰত ।
যাচকৰ মন পূৰি দেয় অপৰ্য্যন্ত ॥ ৩১৬২৬
তাহাৰ ওচৰে যত গৈ আছে দৰিদ্ৰ ।
দুখ দূৰ কৰে তাৰ হোৱে অদৰিদ্ৰ ॥
তাহাৰ নগৰে এথা চলিয়ো সত্বৰ ।
ইথানৰ পৰা পথ তিনি প্ৰহৰৰ ॥ ৩১৬২৭
তোমাৰ কামনা যত কৰিবেক সিদ্ধি ।
সিটো নৃপতিত হন্তে পাবা অষ্টনিধি ॥
হেন কথা যদি ৰাজ-ধৰ্ম্মে কহিলেক ।
জানা যুধিষ্ঠিৰ বিপ্ৰ আনন্দ পাইলেক ॥ ৩১৬২৮
সেহি বাক্যে গৌতমেয়ো হৰ্ষত চলিল ।
দিব্য ফলগণ ৰঙ্গে ভুঞ্জিয়া লৰিল ॥
শীঘ্ৰবেগে গৈয়া সিটো পাইলেক নগৰ ।
দেখিলে নগৰখান পৰম সুন্দৰ ॥ ৩১৬২৯
দ্বাৰ পাঙ্কি দ্বাৰ ঘৰ সকলে শিলৰ ।
লঙ্ঘিতে নপাৰে কেহো আতি চমৎকাৰ ॥
বিপ্ৰে এহিমতে গৈয়া দ্বাৰত ৰহিল ।
দ্বাৰীক সম্বোধি হেন বচন বুলিল ॥ ৩১৬৩০
শুনিয়োক দ্বাৰী তই আমাৰ বচন ।
ৰাজাৰ সমীপে শীঘ্ৰে কৰিয়ো গমন ॥
আমাৰ কথাক শীঘ্ৰে জনাইয়ো ৰাজাত ।
অতিথি আসিয়া এক আছয় দ্বাৰত ॥ ৩১৬৩১
হেন বাক্য শুনি দ্বাৰী শীঘ্ৰে চলি গৈলা ।
দ্বাৰৰ বৃত্তান্ত সবে ৰাজাত জনাইলা ॥

কৰযোৰে দ্বাৰী পাচে বিনাইলা ৰাজাত।
শুনা মহাজন মোৰ বচন সাক্ষাত ॥৩১৬৩২
দ্বাৰত আছয় আসি ব্ৰাহ্মণ বিশেষ।
তোমাত জনাইবে মোক কৰিছে আদেশ ॥
তোমাৰ সুহৃদ ৰাজধৰ্ম্ম বোলে যাক।
তেহে পঠাই আছে শুনো তোমাৰ সভাক ॥৩১৬৩৩
অতিথি স্বৰূপে আসি আছয় দ্বাৰত।
সকল বৃত্তান্ত আৰে কহিলো তোমাত ॥
দ্বাৰীৰ মুখত হেন শুনিল নৃপতি।
দূতক সম্বোধি ৰাজা বুলিলা সম্প্ৰতি ॥ ৩১৬৩৪
শুন দূতগণ সবে মোহোৰ বচন।
দ্বাৰক লাগিয়া শীঘ্ৰে কৰিয়ো গমন ॥
গৌতম ব্ৰাহ্মণ আছে মোৰ দ্বাৰে ৰই।
এতিক্ষণে মোহোৰ পাশক আন গই ॥ ৩১৬৩৫
ৰাজআজ্ঞা শুনি দূতে ভৈলাহা সত্বৰ।
পথে চলি যান্তে মুখে ডাকয় গৌতম ॥
এহিমতে গৈয়া দূতে পাইলেক দুৱাৰ।
গৌতমৰ গৈয়া ভৈলা আগে পয়োসাৰ ॥ ৩১৬৩৬
গৌতমক চায়া দূতে বোলয় বচন।
উঠা শীঘ্ৰে ৰাজা কৈছে কৰিয়ো গমন ॥
তোমাক নিবাক ৰাজা পঠাইলা আমাক।
ৰাজাৰ উৎসাহ দেখো দেখিতে তোমাক ॥৩১৬৩৭
জাণ্টে উঠা বাপুহে বিলম্ব পৰিহৰি।
ৰাজাৰ দৰ্শন তুমি কৰা জাণ্ট কৰি ॥
দূতৰ বচন হেন শুনিয়া ব্ৰাহ্মণ।
দূত সমে অভ্যন্তৰে কৰিলা গমন ॥ ৩১৬৩৮
বসি আছে ৰাজা দিব্য সিংহাসনে চৰি।
চতুষ্পাশে ৰাক্ষসেয়ো আছয় আৱৰি ॥
হেন দিব্য সভাৰ নাহিকে পটন্তৰ।
অমৰাৱতীপুৰে যেন দেখি পুৰন্দৰ ॥ ৩১৬৩৯

এনুৱা সভাক গৈয়া ব্ৰাহ্মণে দেখিলা।
পৰম অদ্ভুত দেখি বিস্ময় লভিলা ॥
গৃহসব কান্তি কৰে সূৰ্য্যৰ আন্বয়।
ফটিকৰ তম্ভসব অধিকে জ্বলয় ॥ ৩১৬৪০
সুৱৰ্ণ দৰ্পণ লগাই আছে ঠাই ঠাই।
মুকুতা প্ৰৱাল জ্বলে নক্ষত্ৰৰ প্ৰায় ॥
সুৱৰ্ণমাগুলি সব ৰূপাৰ কুৱলি।
সুৱৰ্ণৰ কামীয়ে কৰি আছে জিলিমিলি ॥৩৪৬৪১
হেন গৃহসব আছে কোটি অসংখ্যাত।
সবাতো বিশিষ্ট এক গৃহ আছে তাত ॥
সেহি গৃহমধ্যে এক আছে সিংহাসন ॥
তাত লগাই আছে মণি মুকুতা ৰতন ॥ ৩১৬৪২
সেহি সিংহাসন মধ্যে কৰি আছে জ্যোতি।
বিৰূপাক্ষ নামে ৰাক্ষসৰ অধিপতি ॥
ভীষ্মে বোলে শুনা ৰাজা মোহোৰ বচন।
সেহি গৃহে প্ৰৱেশিলা গৌতম ব্ৰাহ্মণ ॥ ৩১৬৪৩
ব্ৰাহ্মণক দেখি গাৱ চালিলা নৃপতি।
দিলেক আসন এক বসিবাক প্ৰতি ॥
সেহি দিব্য আসনত ব্ৰাহ্মণ বসিলা।
পাদ্য অৰ্ঘ্য দিয়া পাচে নৃপতি পূজিলা ॥ ৩১৬৪৪
নৃপতি পুছন্ত বিপ্ৰ কি গোত্ৰ তোমাৰ।
কিবা শাখা কি চৰণ কহিয়োক আৰ ॥
কিবা পঢ়ি আছা তুমি কোনবা আশ্ৰমী।
কহিয়ো আমাত আক জিজ্ঞাসিছো আমি ॥ '৪৫
নজানয় আন কিছো গোত্ৰ মাত্ৰ জানে।
মূৰ্খ বিপ্ৰ বুলি ৰাজা পাইলা অনুমানে ॥
ৰাক্ষস বদতি কথা শুনা দ্বিজবৰ।
পুছো এক কথা মই কহিয়ো সত্বৰ ॥ ৩১৬৪৬
কোন স্থানে নিবাস কৰিছা মহামানী।
কি গোত্ৰৰ বিহা কৰি আছাহা ব্ৰাহ্মণী ॥

ইহাক জিজ্ঞাসা কৰি কহা মহাশয়।
মই বিদ্যমানে কিছো নকৰিবা ভয় ॥ ৩১৬৪৭
ৰাক্ষসৰ বাণী শুনি গৌতম বদতি।
মধ্যদেশভাগে জন্ম লভিছো সম্প্ৰতি ॥
কুলত কিৰাত ডাকু কাৰ্য্যে বৰ সাস।
সেহি গ্ৰাম মধ্যে মই কৰিছো নিবাস ॥ ৩১৬৪৮
শূদ্ৰৰ নাৰীৰ স্বামী আছয় মৰিয়া।
পৰম সুন্দৰ পতি আছিল বঞ্চিয়া ॥
পাচে তাইক আনি মই কৰি আছো ঘৰ।
কহিলো তোমাত ইটো স্বৰূপ উত্তৰ ॥ ৩১৬৪৯
ভীষ্মে বোলে শুনা যুধিষ্ঠিৰ নৰপতি।
হেন কথা শুনি ৰাক্ষসৰ অধিপতি ॥
সচিন্তিত হুয়া বোলে বুজিলো কাৰণ।
জানিলো গৌতম মই জন্মত ব্ৰাহ্মণ ॥ ৩১৬৫০
আক দান দিলে পুণ্য কিঞ্চিতেকো নাই।
ইষ্টজনে যাতো আক দি আছে পঠাই ॥
এহি হেতু আক কিছো দান দিতে লাগে।
নেদিলেয়ো পাব দুখ সিটো মহাভাগে ॥ ৩১৬৫১
পিতৃ মাতৃ জ্যেষ্ঠ ভ্ৰাতৃ আৰো যে কনিষ্ঠ।
এসম্বাত কৰি তেহো মোৰ বৰ ইষ্ট ॥
এতেকে দিবোহো আক আমি কিছো ধন।
এহি বুলি নৃপতি কৰিল থিৰ মন ॥ ৩১৬৫২
বোলে মই বৎসৰি কাৰ্ত্তিকী পূৰ্ণিমাত।
সহস্ৰ বিপ্ৰক আনি ভুঞ্জাওঁ সাক্ষাত ॥
সেহি লগে গৌতমক কৰাইবো ভোজন।
তেবেসে দক্ষিণা কৰি দিবো আক ধন ॥ ৩১৬৫৩
পাচে তাক অতিথি শুশ্ৰূষা কৰি থৈলা।
সেহি সময়ত আসি কাৰ্ত্তিক মিলিলা ॥
ভৈল পৌৰ্ণমাসী অনাইলেক বিপ্ৰগণ।
বস্ত্ৰ অলঙ্কাৰে বাঙা কৰাইলা ভোজন ॥ ৩১৬৫৪

বিধি অনুসাৰে গন্ধে পুষ্পেৰে পূজিলা।
ভোজন কৰাইবে সবে সম্ভাষ মিলাইলা ॥
সুবৰ্ণৰ পাত্ৰ আনি সমস্ত বিপ্ৰক।
গায়ে গায়ে পঞ্চ পঞ্চ সবাকে দিলেক ॥ ৩১৬৫৫
শুনিয়ো ভাৰত কথা সবে প্ৰাণীচয়।
বহু পুণ্য পায় আত পাপ যায় ক্ষয় ॥
যিটো মহাভাৰত বোলয় একবাৰ।
পৰ জন্মাৰ্জ্জিত পাপ সিয়ো ক্ষয়ঙ্কাৰ ॥ ৩১৬৫৬
পয়স্বিনী ধেনু শত সহস্ৰ সমান।
তিলে কুশে ব্ৰাহ্মণসবক দেয় দান।
গ্ৰহণত অসংখ্য বিপ্ৰক কৰে দান।
সিয়ো পুণ্য নোহে জানা ইহাৰ সমান ॥ ৩১৬৫৭
হেন জানি ভাৰত শ্ৰৱণ কৰা নৰ।
পাপক্ষয় হুইবে জানা নিশেষ জন্মৰ ॥
পাপক্ষয় গৈলে হৈব হৰিত ভকতি।
অসংখ্যাত ব্ৰহ্মাণ্ডত হৰি নিজ গতি ॥ ৩১৬৫৮
যাহাৰ মায়াত সৃষ্টি স্থিতি হোৱে লয় ॥
চন্দ্ৰ সূৰ্য্য বায়ু যাৰ আজ্ঞাত চলয় ॥
ব্ৰহ্মায়ে স্ৰজিছে বিষ্ণু কৰে প্ৰতিপাল।
ৰুদ্ৰৰূপে অন্তে সবাহানে হোৱে কাল ॥ ৩১৬৫৯
এহিটো সংসাৰখান নাহি পাবা আৰ।
আন একো ৰূপে আত নাহিকে নিস্তাৰ ॥
হেন জানি কৃষ্ণৰ চৰণে কৰা সাৰ।
বোল ৰাম হৰি মুখে তৰিবা সংসাৰ ॥ ৩১৬৬০

——

**দুলড়ী**

শালি জহা চাউল ব্যঞ্জনসকল
দধি দুগ্ধ ঘৃত চেনি।
কুষ্মাণ্ড বাৰ্ত্তাকু মাটি-মুগ ডালি
সবে দিলা ভিন্ন ভিন্নি ॥

ৰোহিত কাঙ্কুলি মাগোল ৰবালি
চিতল আৰি ইলিশ ।
চেনি-পুঠী ভেউ মূৰঠি যে ৰাট
ৰা-শলা বছা কুড়িশ ॥৩১৬৬১
শিঙ্গৰা এলেঙ্গা চেঙ্গেলী যে চেঙ্গ
খলিহা ৰিঠা গৰই ।
কাৱৈ দৰিকণা বটীয়া যে শল
আকে আদি মীনচয় ॥
কৰালা ভোজন কৰি পৰিপূৰ্ণ
দক্ষিণা দিলা বিপুল ।
সুৱৰ্ণৰ যিবা দিয়াছিল পাত্ৰ
তাহাকো সবাকে দিল ॥৩১৬৬২
নৃপতি বদতি শুনা বিপ্ৰচয়
কিছো নকৰিবা ভয় ।
এহিটো ৰাক্ষস আজিৰ দিবস
তোমাসাৰ দান নয় ॥
সহস্ৰ ব্ৰাহ্মণ ধেনু পৰিপূৰ্ণ
কৰিলা সিটো নৃপতি ।
সুৱৰ্ণৰ ভাণ্ড হীৰায়ে খচিত
তাহাৰ বিপুল জ্যোতি ॥৩১৬৬৩
মণি মুক্তাগণ অসংখ্য ৰতন
দিলো ৰাজা গাৰে গাৰে ।
যাক যিবা দ্ৰব্য লাগয় বিপ্ৰক
বুজি দিলা ভাৰে ভাৰে ॥
পুনু নৃপতিয়ে বিপ্ৰ সমস্তক
বুলিলা মৃদু উত্তৰ ।
গাৰে গাৰে এক ৰাক্ষস দিলোহো
চলিয়োক নিজ ঘৰ ॥৩১৬৬৪
ৰাজাৰ বচন শুনি বিপ্ৰগণ
নিজাশ্ৰমে চলি গৈল ।
গৌতমেয়ো পাচে অসংখ্য সুৱৰ্ণ
ভাৰ বান্ধি কান্ধে লৈল ॥
গৈল পথ ধৰি মনে ৰঙ্গ কৰি
বট বৃক্ষ আছে যৈত ।
বটমূল পাই থৈলা গিৰিসাই
কান্ধৰ নমায়া তৈত ॥৩১৬৬৫
দেখি ৰাজধৰ্ম্মে কৰে মহাধৰ্ম্ম
পাখায়ে তাঙ্ক বিচিলা ।
যথাৱত কথা পুছিলাহা তাত
গৌতমে সবাকে কৈলা ॥
ক্ষুধায়ে আতুৰ দেখি পক্ষী পাচে
আনি বৰ বৰ মীন ।
পৰম সাদৰে অগ্নি দগ্ধ কৰি
কৰাইল তাক ভোজন ॥৩১৬৬৬
শ্ৰম গৈল দূৰ পূৰিল উদৰ
তথাতে ৰহিল শুতি ।
গৌতমেয়ো পাচে মনত আলচে
হৈব কেনে মোৰ গতি ॥
খাইবে কিছো নাই লগত মোহোৰ
কিমতে যাইবোহো চলি ।
বোলে আক মাৰি মাংস লৈবো কাঢ়ি
থিৰ কৈলা এহি বুলি ৩১৬৬৭
ভীষ্ম নিগদতি বংশধৰ নাতি
শুনা কথা আত পৰ ।
সেহিটো কৃতঘ্ন কৰিলেক যেন
শুনন্তে লাগয় ডৰ ।
অগ্নি তাপ কৰি শুয়া ৰৈলা পৰি
ছদ্মভাৱে তুষ্ট চিত্ত ।
নুবুজিয়া মৰ্ম্ম পক্ষী ৰাজধৰ্ম্ম
শুতিলা সিয়ো তথাত ॥৩১৬৬৮
আপুনি যেহেন তাকো মানি হেন
সন্ত বুলি বুজি আশ ।
জাতিত ব্ৰাহ্মণ পায়া আছে ধন
গৈলেক তাতো বিশ্বাস ॥
এহি চিন্তি পক্ষী অচিন্তিত মনে
পৰি তাতে নিদ্ৰা গৈলা ।
নিদ্ৰা যাইবে দেখি আছিল নিৰেখি
গৌতম উঠি বসিলা ॥৩১৬৬৯

আধাপোৰা কাষ্ঠ হাতে তুলি ধৰি
মাথাত কোবেক দিলা।
কোবৰ চোটত সিটো ৰাজধৰ্ম্ম
পক্ষী যম-ঘৰে গৈলা ॥
হেন সময়ত মিলিল তথাত
নিশাচৰ চৰী দুই।
দেখিল পক্ষীৰ মৃত্যু যেনে ভৈল
আছিল বিস্ময় হুই ॥৩১৬৭০
একজন ধৰি গৌতম বিপ্ৰক
ৰাখিলেক বন্দী কৰি।
তাৰ একজন কৰিলে গমন
যথা নৃপতিৰ পুৰী ॥
ৰাজাৰ সভাত মিলিল সাক্ষাত
চাপিল গৈয়া ওচৰ।
কৰিয়া প্ৰণাম হুয়া নম্ৰ আতি
কৰিলেক কৰযোৰ ॥৩১৬৭১
ৰাক্ষস বদতি শুনিয়ো নৃপতি
কথা আত অনন্তৰ।
বটমূলে সিটো ৰাজধৰ্ম্ম পক্ষী
তোমাৰ সুহৃদ বৰ ॥
নাম যে গৌতম বিপ্ৰ একগোট
তোমাৰ নিলেক দান।
দান লৈয়া সিটো পথে চলি গৈলা
ৰহিলেক সেহি থান ॥৩১৬৭২
অতিথি স্বৰূপে তোমাসাৰ মিত্ৰে
কৰিলা শুশ্ৰূষা আতি।
কৰাইলা ভোজন কৰি পৰিপূৰ্ণ
আশ্বাসিয়া বুলি মাতি ॥
নিচেষ্টিত হুয়া পক্ষীয়ো শুতিলা
গৌতমে আছিল শুতি।
দেখয় পক্ষীৰ নিদ্ৰা আসিলেক
উঠিলেক দুষ্টমতি ॥৩১৬৭৩
হাতে কাষ্ঠ লৈয়া পক্ষীক মাৰিলা
আসি সেহি সময়ত।
চাহিয়া ফুৰন্তে হুয়া সাৱহিতে
মিলিলো সেহি থানত ॥
দেখিলোহো আমি ৰাক্ষসৰ স্বামী
জানা তুমি মহাশয়।
এগোটা আছয় ব্ৰাহ্মণক ৰাখি
শীঘ্ৰে আসি ভৈলো মই ॥৩১৬৭৪
সকলো বৃত্তান্ত কহিলো তোমাত
আৰে কথা যেহি লাগে।
চৰৰ মুখত শুনিয়া অপ্ৰিয়
খেদ কৰি মহাভাগে ॥
ভাল বাছি বাছি দিলেক ৰাক্ষস
সখিক কৰা দহন।
প্ৰেতকাৰ্য্যচয় সবে সঙ্কলিয়া
নেৰিব সিটো ব্ৰাহ্মণ ॥৩১৬৭৫
সখিৰ সন্তাপ পলুৱাইবো তাত
কৰিবো দণ্ড উচিত।
হেন বাণী শুনি ৰাক্ষসসকল
চলিয়া গৈলা ত্বৰিত ॥
পালে বটমূল দেখিলা তাহাতে
ৰাজধৰ্ম্ম মৰি আছে।
কাষ্ঠচয় আনি চিতাক নিৰ্ম্মিয়া
দহিবে লাগিল পাচে ॥৩১৬৭৬
হেন সময়ত ৰাক্ষসৰ পাত
বিৰূপাক্ষ যাৰ নাম।
আসিলা তেখনে লৈয়া প্ৰজাচয়
গাৱত নামানি শ্ৰম ॥
চতুৰঙ্গ দলে বটবৃক্ষমূলে
শীঘ্ৰ ঠেকিলেক যায়।
দেখে পাতে চিতা চাহে চতুৰ্ভিতা
শোকে দহে সৰ্ব্বকায় ॥৩১৬৭৭
প্ৰাণমিত্ৰ বুলি বস্ত্ৰে অলঙ্কাৰে
সাজিলেক সৰ্ব্বগাৱ।
বিধিৱতে তাক মৃত্যু মঙ্গলক
কৰাইলেক সৰ্ব্বভাৱ ॥

অগনি থাপিলা চিতাত তুলিলা
দহিবে কৰিলা মন।
আত অনন্তৰে দক্ষৰ দুহিতা
সুৰভি আইলা তেথন ॥ ৩১৬৭৮
পুত্ৰৰ অৱস্থা দেখিলেক তথা
শোকত আৰ্ত্ত ভৈলন্ত।
মাৰিলা ফোকাৰ মুখ হন্তে হেন
পৰিল গৈয়া চিতাত ॥
অমৃতৰ মিশ্ৰ দুগ্ধ যেন পৰি
পক্ষীৰ আইলা জীৱন।
চিতাৰ উপৰে সিটো পক্ষীবৰে
কান্তি কৰে বিলক্ষণ ॥ ৩১৬৭৯
অগনি নুমাইল পক্ষীয়ো নামিল
চিতাহন্তে তেতিক্ষণ।
সেহি সময়ত পুৰন্দৰ সমে
আসিলন্ত দেৱগণ ॥
পুৰন্দৰে আসি বদন প্ৰকাশি
আশ্বাসিল নৃপতিক।
ইন্দ্ৰ নিগদতি ৰাক্ষসৰ পতি
শুনিয়োক বাক্য এক ॥ ৩১৬৮০
এহি বকাধিপে পায়া আছে শাপ
বিধাতাৰ ক্ৰোধবশে।
একদিনা বিধি বকক সম্বোধি
বুলিলেক বৰ ৰোষে ॥
শুন বকাধম মোহোৰ বচন
মোৰ স্থানে কেনে নাস।
তোহোৰ সম্প্ৰতি জানা বকপতি
অকৰ্ম্মে হৈবি বিনাশ ॥ ৩১৬৮১
হেন শাপ তাৰ পূৰ্ব্বে আছে লাগি
কহিলো মই তোমাত।
এতেকে গৌতমে আক ছলে পাই
কৰিলেক অপঘাত ॥
হেন বাক্য ইন্দ্ৰে ৰাক্ষসাধিপক
বুজাইলা সত্য বচনে।
শুনি বকপতি তেখনে সম্প্ৰতি
ইন্দ্ৰৰ নমি চৰণে ॥ ৩১৬৮২
এহিটো গৌতম মোহোৰ সুহৃদ
আৰ সম নাহি ইষ্ট।
নকৰা নিগ্ৰহ কৰা অনুগ্ৰহ
বন্ধনত পাইছে কষ্ট ॥
এহি বুলি তাক বন্ধন চোৱাইলা
কৰিয়া বহু সম্মান।
ধন ৰত্ন দিয়া সাদৰ কৰিয়া
পঠাইলেক নিজ স্থান ॥ ৩১৬৮৩
ইন্দ্ৰক পূজিলা চৰণে নমিলা
শক্ৰো গৈলা অমৰাৱতী।
বিৰূপাক্ষ পাচে বকক আশ্বাসি
নিজাশ্ৰমে গৈলা গতি ॥
বকৰাজে পাচে ব্ৰহ্মলোকে গৈয়া
ব্ৰহ্মাত লৈলা শৰণ।
পাদ্য অৰ্ঘ দিয়া কৰিলা পূজন
বিধিৰ নমি চৰণ ॥ ৩১৬৮৪
গৌতম ব্ৰাহ্মণ ডকাইতৰ গ্ৰামে
গৈয়া ভৈল উপগত।
ভাৰ্য্যাৰ হাতত তেতিক্ষণে নিয়া
দিলা ধন ৰত্ন যত ॥
সেহিসে ভাৰ্য্যাত পুত্ৰ অসংখ্যাত
জন্মাইলা আতি দুৰ্ম্মতি।
ভীষ্মে বোলে নাতি ভৈলা সমাপতি
এহিটো কথা সম্প্ৰতি ॥ ৩১৬৮৫
নাৰদৰ মুখে এহি ইতিহাস
পূৰ্ব্বত আছোহো শুনি।
সেহি কথা যত কহিলো তোমাত
বুজিয়া লৈয়ো আপুনি ॥
কৃতঘ্ন জনৰ নাহিকে যশস্যা
তাৰ স্থান কৈতো নাই।
নাহিকয় সুখ সৰ্ব্বকালে দুখ
জানি লৈয়ো অভিপ্ৰায় ॥৩১৬৮৬

চন্দ্র দিবাকৰ থাকে মানে তাৰ
নৰকে নাহি নিস্তাৰ।
এতেকে মিত্রৰ দ্রোহ আচৰিব
যিটো আছে জ্ঞানী নৰ ॥
মিত্রদ্রোহী ভৈলে নৰকে চলয়
জানা কল্প কোটি শত।
জানা যুধিষ্ঠিৰ কৃতঘ্ন জনৰ
মিত্রভাৱ কৰা তাত ॥ ৩১৬৮৭
মিত্রৰ নিমিত্তে হোৱে সৰ্ব্বসিদ্ধি
মিত্রহেতু বাঢ়ে পূজা।
মিত্রহস্তে ভোগ ভুঞ্জিবে পাৰয়
আক নিষ্ট কৰি বুজা ॥
আপদত হস্তে মিত্রে উদ্ধাৰয়
মিত্রে ৰাখে সৰ্ব্বক্ষণে।
এতেকে জানাহা উত্তম মিত্রক
পূজে বিচক্ষণ জনে ॥ ৩১৬৮৮

ছবি

নমো নমো নাৰায়ণ ভৱ ভয় বিনাশন
তব দুই অৰুণ চৰণ।
হেন দুই চৰণত কায়-বাক্য-মন-চিত্তে
জানি মই লৈলোহো শৰণ ॥
যাৰ নাহি আদি অন্ত চাৰি বেদে নজানন্ত
সবাৰে নিয়ন্তা যিটো তুমি।
ভকতক কৃপা কৰি পৃথিবীত অৱতৰি
হুয়াছা সাকাৰ তুমি স্বামী ॥ ৩১৬৮৯
মুখ্য অৱতাৰ দশ ধৰি বিস্তাৰিলা যশ
উদ্ধাৰিলা সবে জীৱবাসী।
নিত্যানন্দ দেৱ হৰি পৃথিৱীৰ দুখ স্মৰি
দৈৱকীত জাত ভৈলা আসি ॥
লুকাই থৈলা কংসক ডৰে বসুদেৱে নন্দ-ঘৰে
নুবুজিয়া তোমাৰ মহিমা।
শিশুৰূপ হুয়া তৰু কৰিলা পূতনা বধ
সেহিদিন ধৰি কৈলা সীমা ॥ ৩১৬৯০
শিশুলীলা অসংখ্যাত কৰিলাহা গোকুলত
নন্দ যশোদাক হৰ্ষ দিয়া।
পাচে লৈয়া শিঙ্গা বেণু ৰাখিবে লাগিলা ধেনু
সবে শিশুগণ সঙ্গে লৈয়া ॥
অতসী পুষ্পৰ নয় যাৰ দেহা বিৰাজয়
চক্ষু দুই প্রফুল্ল কমল।
গোপদৰ জলে পুনু ব্যাপিছে কমল তনু
দেখি আতি পৰম উজ্জ্বল ॥ ৩১৬৯১
গোবৎস বন্ধন ৰজ্জু শিৰত কৰিছে বিজু
মেহ্রাই আছা তুমিসি সাক্ষাত।
ময়ূৰৰ পুচ্ছ আনি প্রভু তুমি চক্রপাণি
জুৰা কৰি পিন্ধিছা মাথাত ॥
তাতে গুঞ্জা মণিচয় আতিশয় প্রকাশয়
কৰ্ণতো পিন্ধিছা সেহি মণি।
মুখ পূৰ্ণ শশধৰ তাতে বংশী মনোহৰ
সদায়ে কৰাহা মৃদু ধ্বনি ॥ ৩১৬৯২
দুই হাতে শিঙ্গা বেত শোভে আছে আৰৱত
বনমালা আজানুলম্বিত।
দামুৰী বন্ধন জৰী তাক দুয়ো কৰে ধৰি
বান্ধি আছা কটি প্রদেশত ॥
উৰু কৰীকৰ নয় জঙ্ঘা পদতলদ্বয়
যাক দেখি পৰম সন্তোষ।
গাৱে নাহি পীত পট শিশুৰূপ উলঙ্গট
কলেৱৰ সমূলে উদাস ॥ ৩১৬৯৩
গোপ শিশু বৎস যত সিসবেৰে হুয়াবৃত
হাসি ৰঙ্গে খেল খেলা তুমি।
হেন পূৰ্ণানন্দ হৰি অষ্টাঙ্গে প্রণামো পৰি
কৰো সেৱা উদ্ধাৰিয়ো স্বামী ॥
মই বৰ দুখিতৰ তুমিসি আশ্রয় বৰ
কৃপালেশে চাহিয়োক মোক।
কিঞ্চিতো নাহিকে ভক্তি কিনো মই আত্মঘাতী
চিন্তিতে চিন্তিতে বাঢ়ে শোক ॥৩১৬৯৪
তোমাৰ বৈষ্ণৱী মায়া গুচাই কৰিয়ো দায়া
মোক্ষতো নাহিকে প্রয়োজন।

নবাঞ্ছোহো স্বৰ্গ ভোগ তোমাৰ চৰণযুগ
কিঞ্চিতেকো নাহিকে ভজন ॥
মৰণ কালৰ ঘোৰ বেদনাক স্মৰি মোৰ
ভাৱন্তে শৰীৰে নাহি তত্ব।
কৰোহো প্ৰণতি শত মোৰ সেহি সময়ত
তব নাম আসোক মুখত ॥ ৩১৬৯৫
এহিসে প্ৰাৰ্থনা মোৰ তযু পাৱে দামোদৰ
লেশমাত্ৰ জ্ঞান নাহি কয়।
বাস্তৱত সবে মিছা সত্য মাত্ৰ তযু ইচ্ছা
যথোচিত কৰা দায়াময় ॥
মই মহাপাপী ঘোৰ সকলে অশুদ্ধ মোৰ
কেন মত হৈবা সুপ্ৰসন্ন।
শান্তিপৰ্ব্ব ভাৰতৰ ৰাজধৰ্ম্ম শ্ৰেষ্ঠতৰ
আত আছে যত তযু গুণ ॥ ৩১৬৯৬
বৰ্ণাইলোহো পদবন্ধে হ্ৰস্ব দীৰ্ঘ নানা ছন্দে
বঢ়া-টুটা আছে যত দোষ।
ক্ষমিয়োক কৃপাময় মৰণে অৰ্পিলো মই
আতে তুষ্ট হৈয়ো হৃষীকেশ ॥
শুনিয়োক সভাসদ ইটো ভাৰতৰ পদ
শ্ৰৱণে কলুষ কৰে নষ্ট।
অসংখ্য পুণ্যক সাক্ষা পাপৰ ক্ষয়ক বাঞ্ছ
গাৱত নাহিকে কিছো কষ্ট ॥ ৩১৬৯৭
পুত্ৰ ভাৰ্য্যা গৃহবাস এসবতো নাহি আশ
জানি ভজা কৃষ্ণৰ চৰণ।
মিছাতে কৰাহা আশ তোমাত ভকতি বিনে
গাৱে কিছো নাহিকে চেতন ॥
মুহূৰ্ত্তেকে কালে পাই সবাকো কৰিব ছাই
এৰা সবে ভাষভুষ কাম।
হৰিত ভকতি কৰা সুখে সংসাৰক তৰা
চাহা সবে স্থিৰ কৰি মন ॥ ৩১৬৯৮
যেৱে নিদ্ৰা সময়ত গাৱে কি থাকয় তত
কৈত পুত্ৰ কৈত ভাৰ্য্যা ধন।
লোভ মোহ মায়াচয় সমুদায় দূৰ হয়
পাচে সবে পাইলেক চেতন ॥
তথাপিতো জ্ঞান নাই যেন অন্ধলাৰ প্ৰায়
কালে পাইলে সবে হুইব চূৰ।
দ্বিজ লক্ষ্মীনাথে কয় শুনা সভাসদচয়
ৰাম বুলি তৰা যমপুৰ ॥ ৩১৬৯৯

শান্তিপৰ্ব্ব সমাপ্ত

শ্ৰীকৃষ্ণায় নমো নমঃ

অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

## অশ্বমেধপৰ্ব্ব

জ্ঞাতিবধ হেতু যুধিষ্ঠিৰৰ খেদ আৰু পাপভয়

পদ

ধৰ্ম্মৰ চৰিত ৰাজা বিশ্ব ভক্তমতি।
পুৰাণ ভাৰত ৰাজা শুনে প্ৰতিনিতি॥
একদিনা জন্মেজয় পৰম হৰিষে।
পূজা কৰি জিজ্ঞাসিলা জৈমিনিৰ পাশে॥৩১৭০০
কেনমতে যজ্ঞ কৈলা পিতামহসব।
তোমাৰ প্ৰসাদে শুনো কহা গুৰুদেৱ॥
মুনি বোলে কথা ৰাজা শুনা দিয়া চিত।
অশ্বমেধ কথা শুনা ধৰ্ম্মৰ চৰিত॥ ৩১৭০১
ভীষ্ম পিতামহ যদি গৈলা স্বৰ্গলোক।
পাচে যুধিষ্ঠিৰ ৰাজা পাইলা মহাশোক॥
সেহিকালে ব্যাস মুনি মিলিলা সভাত।
ভক্তি কৰি পাৱে বন্দিলন্ত নৰনাথ॥ ৩১৭০২
বসিবাক দিলা ৰাজা কনক আসন।
মুনি বোলে ৰাজা কেনে নৈৰাশ বদন॥
কৰযোৰে ভক্তি কৰি বোলে যুধিষ্ঠিৰ।
জ্ঞাতিবধ পাপ হেতু মন নোহে স্থিৰ॥ ১১৭০৩
ৰাজ্যলোভে জ্ঞাতি দ্বিজ গুৰু কৈলো বধ।
মোৰ সম পৃথিবীত নাহিকে মুগুধ॥
ৰাত্ৰি দিনে দহে মোক এহি বৰ শোকে।
হেন জানি মহাভাগ বুদ্ধি দিয়া মোকে॥৩১৭০৪
ভীষ্ম পিতামহ গৈল গুণৰ প্ৰধান।
হেন জন অধমৰ কেনে আছে প্ৰাণ॥
শিশুকাল হন্তে ভৈলো পিতৃৰ বিয়োগ।
পালন কৰিলা মোক দিয়া নানা ভোগ॥৩১৭০৫
ধূলায়ে ধূসৰ তনু আসি কোলে তোলে।
বাপ বাপ বুলিয়া সাৱটি ধৰো গলে॥
বচনে প্ৰবোধ কৰি সন্তোষয় মোক।
পিতামহ মই আৰে নহওঁ জনক॥ ৩১৭০৬
ছোট হন্তে বৰ কৰি পুষিয়া পালিয়া।
ৰাজ্যৰ উচিত ধৰ্ম্ম দিলেক বাছিয়া॥
স্মৰিয়া ভীষ্মৰ গুণ মনে লাগে দুখ।
হেন পিতামহ মাৰি ৰাজ্যে কোন সুখ॥ ৩১৭০৭
আৰু বধ কৈলো বীৰ জ্যেষ্ঠ সহোদৰ।
মহাদানী ধৰ্ম্মৱন্ত কৰ্ণ বীৰবৰ॥
ব্ৰাহ্মণৰ্ক পৰিতোষি কৰ্ণ মহাশয়।
তেজে বীৰ্য্যে পৰাক্ৰমে সমৰে দুৰ্জ্জয়॥ ৩১৭০৮
অধৰ্ম্মী পাতকী মই পৰম মুগুধ।
অজ্ঞান পূৰ্ব্বকে কৰি হেন ভ্ৰাতৃ বধ॥
কৰ্ণ বীৰ অবিহনে কোন আছে দাতা।
স্মৰিতে কৰ্ণৰ গুণ মনে লাগে ব্যথা॥ ৩১৭০৯

ভীষ্ম কৰ্ণ বিনে মোৰ ৰাজ্যে কিবা হিত।
শৰীৰ আছয় মোৰ অনলে দহিত ॥
আৰো দেখা দ্ৰোণাচাৰ্য্য গুৰু পুৰোহিত।
অস্ত্ৰ-গুৰু শাস্ত্ৰ-গুৰু কুল পুৰোহিত ॥ ৩১৭১০
মোৰ বিদ্যমানে তাঙ্ক ধৃষ্টদ্যুম্নে কাটে।
সেহি ব্ৰহ্মবধ যত সবে মোতে ঘটে ॥
যেন মোৰ কুন্তী মাতা তেনয় গান্ধাৰী।
তানে মহাদুখ দিলো শতপুত্ৰ মাৰি ॥ ৩১৭১১
আমি পাঞ্চ পুত্ৰ দেখি মাতৃৰ সন্তোষ।
পুত্ৰহীন গান্ধাৰীৰ মনে বৰ শোক ॥
অভিমন্যু বীৰ মোৰ ভৈগৈল নিধন।
দেখিলে বাধিবে নৰো বধূৰ ক্ৰন্দন ॥ ৩১৭১২
ঘটোৎকচ বৎস বীৰ পৰিল ৰণত।
সৰ্ব্বদায়ে ৰক্ষা মোক কৰিলা বনত ॥
সপুত্ৰে মৰিয়া গৈলা বিৰাট ভূপাল।
বৎসৰেক যাৰ দেশে বঞ্চিলোহো কাল ॥ ৩১৭১৩
কল্যাণে থাকিতে ৰাজা কন্যাদান দিলা।
আমাৰ কাৰণে সিটো সবংশে মৰিলা ॥
বাপত অধিক মোৰ দ্ৰুপদ নৃপতি।
সিটো যে বিনাশ ভৈল সবংশে সহিতি ॥ ৩১৭১৪
ধৃষ্টদ্যুম্ন বীৰ আৰো শিখণ্ডী দুৰ্জ্জয়।
অষ্টপুত্ৰ সমে ৰাজা ৰণে ভৈলা ক্ষয় ॥
বন্ধু-বান্ধৱক মাৰি ৰাজ্যে অভিলাষ।
অধোগতি গৈলো মোৰ নগৰত বাস ॥ ৩১৭১৫
নকৰিবো ৰাজ্যভোগ পুনু যাইবো বন।
এহি বুলি যুধিষ্ঠিৰে কৰিলা ক্ৰন্দন ॥

### জ্ঞাতিবধ পাপ মোচনৰ কাৰণে অসিপত্ৰ ব্ৰত আৰু অশ্বমেধ যজ্ঞ কৰিবৰ কাৰণে যুধিষ্ঠিৰৰ প্ৰতি ব্যাসদেৱৰ উপদেশ আৰু উপায় কথন

এহি শুনি হাসিয়া বুলিলা ব্যাস মুনি।
আৰো বাক্য শুনা ৰাজা শান্ত কৰা প্ৰাণী ॥ ৩১৭১৬
কোন কাৰ্য্যে চিন্তা ৰাজা এতেক উপায়।
গোবিন্দ সহায় ভৈলে আছে কিবা ভয় ॥
ক্ষত্ৰী ধৰ্ম্মে ৰাজ্য লৈলা শত্ৰুসব বধি।
ইহাত নাহিকে দোষ মই দিলো বিধি ॥ ৩১৭১৭
অসিপত্ৰ ব্ৰত কৰা শ্ৰীহৰি পীৰিতি।
তেবে জ্ঞাতিবধ হন্তে পাইবাহা মুকুতি ॥
ব্ৰত কৰিলেসে হৈবে সবে পাপক্ষয়।
অসিপত্ৰ কৰিলেসে পাপৰ নাহি ভয় ॥ ৩১৭১৮
সত্যবাদী ৰাজা তুমি জগতে বিদিত।
পাৰিবা কৰিতে যজ্ঞ আমি জানো তত্ত্ব ॥
ব্যাসক সম্মুখি তেবে বুলিবেক ধৰ্ম্ম।
বিনা অৰ্থে যজ্ঞ জানা হোৱে কোন কৰ্ম্ম ॥ ৩১৭১৯
আপুনি আসক্ত জানা নাহি পৰিচাৰ।
কেনমতে কৰো আমি যজ্ঞৰ সম্ভাৰ ॥
ৰাজাসবো শিশু কাৰো নাহি মাৱ বাপ।
ধনবলে দুৰ্য্যোধনে দিলা বৰ তাপ ॥ ৩১৭২০
যজ্ঞ হেতু ধন লৈলে প্ৰজা পাইবো শোক।
পুণ্য হেতু পাতেক বুলিব সৰ্ব্বলোক ॥
ব্যাসে বোলে কেনে ৰাজা এত দুখ ভাৰ।
ধন আছে আনিয়ো উদ্দেশ্য কৰো তাৰ ॥ ৩১৭২১
পূৰ্ব্বে যজ্ঞ কৰি আছে মৰুত নৃপৰ।
ব্ৰাহ্মণক দান দিলা সুবৰ্ণ বিস্তৰ ॥
তুষ্ট হৈয়া বিপ্ৰগণ গৈলা ঘৰাঘৰি।
এৰিলেক ধন যত নিবাক নপাৰি ॥ ৩১৭২২
হিমালয় নিকটত ৰহি আছে জুৰি।
কনক পৰ্ব্বত হুয়া ৰহি আছে পৰি ॥
সেহি ধন আনি যজ্ঞ কৰা ধৰ্ম্মৰাজ।
মনৰ অভীষ্ট তোৰ সিদ্ধি হৌক কাজ ॥ ৩১৭২৩
ৰাজা বোলে সেহি ধন সাক্ষাতে ব্ৰহ্মস্ব।
তাক আনি যজ্ঞ কৰো লোকে অপযশ ॥
সহজ কৰ্ম্মক বোলা লৈবে মোৰ মন।
শুনি নিন্দা কৰিবে হাসিবে বিপ্ৰগণ ॥ ৩১৭২৪
আৱে ৰাজা যজ্ঞ কৰে সি ধন আনিলে।
অপকীৰ্ত্তি আমাৰ হাসিবে মহীতলে ॥
মুনি বোলে সি ধন ব্ৰহ্মস্ব নোহে জানি।
পূৰ্ব্বৰ বৃত্তান্ত কহো শুনা মহামানী ॥ ৩১৭২৫

কাশ্যপ অধীন ৰাজ্য আছিলেক পূৰ্ব্বে।
ব্ৰাহ্মণৰ হস্তে কাঢ়ি ৰাখে দৈতসবে॥
ক্ষত্ৰিয় অধীন ৰাজ্য আছিল সংসাৰ।
ব্ৰাহ্মণৰ যত কিছু ৰাজ্য অধিকাৰ॥৩১৭২৬
আনিয়োক ধন যত যজ্ঞৰ কাৰণে।
এৰিলেক ধন জন সকল ব্ৰাহ্মণে॥
তাক আনি যজ্ঞ কৰা আমি দিলো বিধি।
মনৰ অভীষ্ট যজ্ঞকাৰ্য্য হৈবো সিদ্ধি॥৩১৭২৭
ৰাজা বোলে অশ্বমেধ যজ্ঞৰ বিধান।
কেনমতে যজ্ঞ কৰো কহা মোৰ থান॥
লাগয় কতেক দ্ৰব্য ঘোৰা কোন বৰ্ণ।
কতেক ব্ৰাহ্মণ লাগে যজ্ঞৰ কাৰণ॥৩১৭২৮
ব্যাসে বোলে ৰাজা শুনা ভালে দিয়া চিত্ত।
অনুক্ৰমে কহো যত যজ্ঞৰ নিমিত্ত॥
জিতেন্দ্ৰিয় হুইবে চাৰি বেদে হুইবে পাৰ।
ইমত ব্ৰাহ্মণ হুইবে বিংশতি হাজাৰ॥৩১৭২৯
এক ৰথ চাৰি ঘোৰা পতাকা সুসাৰ।
সহস্ৰেক ধেনু দিবা দশ বাজী আৰ॥
এক ব্ৰাহ্মণক দিবা প্ৰথম দিনৰ।
গোখুৰা হুইব পদ্মফুল সমসৰ॥৩১৭৩০
কৃষ্ণবৰ্ণ দুই কৰ্ণ পীন পূজ্যবৰ।
নুহি কৃষ্ণ বৰ্ণ হুইব ব্যাঘ্ৰ গতিসৰ॥
ঘোৰাৰ কপালে বান্ধি কনকৰ পাস্তি।
তাহাত লেখিব পত্ৰ প্ৰতিজ্ঞা সম্প্ৰতি॥৩১৭৩১
চৈত্ৰ মাসি মহাৰাজা পূৰ্ণমাসী দিনে।
ঘোৰা ডকাইবেক সেহিদিনা শুভক্ষণে॥
আলগত ভ্ৰাতৃ কিবা থাকয় যাহাৰ।
সুশোভিত হৈবো জানা ঘোৰা ৰাখিবাৰ॥৩১৭৩২
যিজনে আসিয়া ঘোৰা বিৰোধিয়া ৰাখে।
মেলিয়া আনিবা ঘোৰা পৰাজিয়া তাকে॥
বেঢ়িয়া ৰাখিব সঙ্গে মহাৰথীগণে।
বৎসৰেক ফুৰাই আনিবেক নিজ স্থানে॥৩১৭৩৩
দীক্ষিত যে হৈবে ঘোৰ বজ্ৰ উপদেশি।
ভাৰ্য্যা সমে বঞ্চিবেক মধ্যে থৈয়া আসি॥
মুষ্টি ভোগ কৰিবেক যেন আছে নীতি।
স্ত্ৰীৰ সঙ্গে বঞ্চিবেক নকৰিবো ৰতি॥৩১৭৩৪
কিঞ্চিত নটলে যেন স্ত্ৰীক দেখি মন।
এতেক বিধান তাৰ সবে অকাৰণ॥
কামদেৱ নিজে হেন শক্তি আছে কাৰ।
ঘৃত অগ্নি সংযোগত কমনে নিস্তাৰ॥৩১৭৩৫
অসিপত্ৰ ব্ৰত কৈলে বহুফল হয়।
শত অশ্বমেধ তুল্য কহিলো নিশ্চয়॥
এহি ব্ৰত অনুষ্ঠান কৰিলো বচন।
পৃথিৱী পবিত্ৰ হোৱে পাপ বিমোচন॥৩১৭৩৬

যজ্ঞৰ ঘোৰা আনিবলৈ ভীম, বৃষকেতু আৰু মেঘবৰ্ণৰ প্ৰতিজ্ঞা

এহি শুনি ধৰ্ম্মে বোলে শুনা মুনিবৰ।
নপাৰো কৰিতে যজ্ঞ চিত্তে লৱে মোৰ॥
ধন নাই জন নাই গজ বাজী ৰথ।
সদায় সমূলে নাই আপুনি অসজ্জ॥৩১৭৩৭
যিসকল ভ্ৰাতৃ আছে কনিষ্ঠ আমাৰ।
যুদ্ধত অনেক দুখ পাই আছে অপাৰ॥
বৃষকেতু শিশু সেই কৰ্ণৰ সন্ততি।
ষোড়শ বৎসৰ সিটো শিশু অল্পমতি॥৩১৭৩৮
মেঘবৰ্ণ আছে আৰো শিশু স্তন মুখে।
কেনমতে পঠাই দিবো যুদ্ধক সমুখে॥
কোথা গৈলে পাইবো কহা যজ্ঞ-অশ্ববৰ।
সকলে আছয় মোৰ ভাই বৃকোদৰ॥৩১৭৩৯
এতেকেসে নাহি দেখো কাৰ্য্যৰ কুশল।
যত কিছু আশা কৰো সকলে বিফল॥
বাসুদেৱ নাহি জানা আমাৰ সহায়।
জ্ঞাতিবধী পাতকীৰ নাহিকে উপায়॥৩১৭৪০
মহাপাপী ভৈলো নৰকৰ নাহি সীমা।
কেনমতে যজ্ঞ কৰো বুদ্ধি দিয়ো ভীম॥
এহি বুলি নৃপতি ৰহিলা দুখমনে।
প্ৰতিজ্ঞা কৰিয়া তেবে বোলে ভীমসেনে॥৩১৭৪১

মোৰ বাক্য শুনা ৰাজা শান্ত কৰা চিত্ত।
কৃষ্ণদেৱ থাকন্তে মোহোৰ নাহি ভীত ॥
বাসুদেৱ স্মৰি কৰ্ম্ম কৰে যিবা নৰে।
নাহিকে অলাভ তাৰ ইতিনি সংসাৰে ॥৩১৭৪২
যজ্ঞৰ আৰম্ভ কৰা বেদৰ বিধান।
আমাত লাগিল ঘোৰা আনিবাৰ জান॥
ভীমে বোলে কহা শুনো ঘোৰাৰ উদ্দেশ।
পাইবোহো যজ্ঞৰ ঘোৰা গৈলে কোন দেশ॥,১৭৪৩
ভীমৰ বচন শুনি ৰঙ্গে বোলে মুনি।
প্ৰশংসা কৰিয়া কথা কহন্ত আপুনি ॥
ধন্য ধন্য বৃকোদৰ কৰি আছা দৃঢ়।
তোমাৰ বচন শুনি তুষ্ট ভৈলো বৰ॥৩১৭৪৪
আছয় বিচিত্ৰ ৰাজ্য নামে চন্দ্ৰপুৰী।
যৌৱনাশ্ব নামে ৰাজা তাৰ অধিকাৰী॥
যজ্ঞ কৰিবাক লাগি ৰাখিছে ঘোটক।
অলক্ষিতে গণ্ড যেন দেখিতে চমক ॥৩১৭৪৫
দশ অক্ষৌহিণী সেনা কৰয় ৰক্ষণ।
মহা যত্নে ৰাখে যেন কৃপণৰ ধন ॥
মহাৰথীগণে বেঢ়ি ৰাখে আশে-পাশে।
বায়ু পৰশিতে নপায় ৰবিৰ প্ৰকাশে ॥৩১৭৪৬
ধৰ্ম্মে বোলে তাক আনে কাহাৰ শকতি।
যাহাক বেঢ়িয়া থাকে গজ বাজী ৰথী ॥
লীলায়ে জিনিয়া মই আনি দিবো হয়।
জগন্নাথ প্ৰসাদত কাক আছে ভয় ॥৩১৭৪৭
ধৰ্ম্মে বোলে বৃকোদৰ হেন বোলা কেনে।
একেশ্বৰে যাইবা তুমি ভয় কৰো মনে।
ধৰ্ম্মৰ বচন শুনি বৃষকেতু কোলে।
পৰম আনন্দ ভৈল মন কৌতূহলে॥৩১৭৪৮
একেশ্বৰে যাইবা তুমি নোহৰে যুগুতি।
পাচে পাচে যাইবো আমি তোমাৰ সঙ্গতি॥
এহি শুনি ভীমসেনে বোলে বৃষকেতু।
তোমাক বুলিবে মোৰ লজ্জা লাগে হেতু॥৩১৭৪৯
বাপ তোৰ পৰিলেক অৰ্জ্জুনৰ বাণে।
সেহি হেতু নাহি বোলা লজ্জা লাগে মনে।
পিতৃবধ মনে লৈয়া হৃদি দুখশাল।
বৃষকেতু বোলে বৰ কৰ্ম্ম কৈলা ভাল॥৩১৭৫০
লোক অপযশ কৰ্ম্ম জীৱে অসাৰ্থক।
দুৰ্য্যোধন নৃপতিৰ আছিল সেৱক ॥
ইসৱ সোদৰ ভাই তাহাক জিনিয়া।
কীৰ্ত্তিক কৰিলা ৰাজ্য লৈছিল হৰিয়া॥৩১৭৫১
মন্ত্ৰীৰ বচন জানা নধৰিলা মনে।
ধৰ্ম্মপন্থ ভ্ৰষ্ট ভৈলে মৰে সিকাৰণে॥
দ্ৰৌপদী কনিষ্ঠ ভাইৰ বধূক জানিয়া।
তাক অপমান দিলা সভাক আনিয়া ॥৩১৭৫২
শুনিছো আমাৰ বাপে কুকৰ্ম্ম কৰিলা।
বিৰাট ৰাজাৰ ধেনু হৰিয়া আনিলা ॥
উদ্ধৱতো কৃষ্ণ বাক্য কৰিলা লঙ্ঘন।
এহি পাপে বাপ মোৰ ত্যেজিলা জীৱন॥৩১৭৫৩
উপকাৰ কৰিলাহা মাৰিলা তাহাক।
অখণ্ড নিৰ্ম্মল যশ থৈলা সৰ্ব্বলোক ॥
অকৰ্ম্ম কৰিলে হোৱে বিধি অসন্তোষ।
আপুন কুবুদ্ধি মৰি গৈলা কিবা দোষ॥৩১৭৫৪
উপকাৰ কৰিলা পেশিলা তাক ৰণে।
খণ্ডাইলা কুবুদ্ধি গৈলা চতুৰ ভূৱনে॥
আমি জন্মি তোমাক দিবোহো কোন যশ।
দুৰ্জ্জয় সমৰ ঘোৰ কৰিবো আশেষ ॥৩১৭৫৫
যাইবোহো খুৰাৰ সঙ্গে আজ্ঞা দিয়া মোক।
জিনি যৌৱনাশ্ব বীৰ আনিবো ঘোৰাক॥
বৃষকেতু বচনত তুষ্ট ভৈল মন।
মেঘবৰ্ণ সম্বুধিয়া বুলিলা বচন ॥৩১৭৫৬
বাপ তোৰ ঘটোৎকচ হিড়িম্বী নন্দন।
যত উপকাৰ কৈলা নযায় কহন ॥
ঘোৰা আনিবাক যাউ চন্দ্ৰাৱতীপুৰী।
পাৰ্থে সমে থাকো আমি ধৰ্ম্ম ৰক্ষা কৰি॥৩১৭৫৭
মেঘবৰ্ণে বোলে শুনা দেৱ পিতামহে।
একেশ্বৰে যাইবে তুমি যুক্ত কাৰ্য্য নহে॥
অনুবল হুয়া আমি যাইবো তুমি সঙ্গে।
অলক্ষিতে আনি দিবো হৰিয়া তুৰঙ্গে॥৩১৭৫৮

ঘোৰা লৈয়া আকাশে উঠিয়া অন্তৰীক্ষে ।
ধূলা বালু সম ঘোৰা দেখিবো ৰিপক্ষে ॥
ইসব প্ৰতিজ্ঞা কৰিলেক তিনি বীৰে ।
শুনিয়া প্ৰশংসা কৰিলেক যুধিষ্ঠিৰে ॥ ৩১৭৫৯

যুধিষ্ঠিৰৰ যজ্ঞত শ্ৰীকৃষ্ণৰ আবিৰ্ভাৱ

ই কথা কহন্তে গৈলা তিনিপৰ নিশি ।
ৰাজাক সম্মুখি পাচে গৈলা ব্যাস ঋষি ॥
একত্ৰে সকলে বসি যুক্তি কৈলা সাৰ ।
বাসুদেৱ বিনে গতি নাহিকে আমাৰ ॥৩১৭৬০
ভৱসিন্ধু তৰিতে তৰঙ্গ নৌকা খানি ।
গোবিন্দ নাহিকে মোৰ কেনে বুদ্ধি জানি ॥
কৃষ্ণ বিনা জীৱন যৌৱন অকাৰণ ।
অনাথৰ নাথ হৰি শ্ৰীমধুসূদন ॥ ৩১৭৬১
হৰি বিনে যজ্ঞ আমি কৰো কেনমতে ।
নিকটে নাহিকে কৃষ্ণ আছে দ্বাৰকতে ॥
এহি শুনি ভীমে বোলে শুনা দিনমণি ।
মতিভ্ৰমে বোলা কেনে হুয়া অগিয়ানী ॥৩১৭৬২
দূৰত নহয় কৃষ্ণ আছয় নিকটে ।
যাৰ প্ৰসাদে তৰি দাৰুণ সঙ্কটে ॥
এহি কথা কহন্তে সাক্ষাতে নাৰায়ণে ॥
দ্বাৰত আছন্ত কৃষ্ণ জানন্ত তাহানে ॥ ৩১৭৬৩
প্ৰতিকামী বোলে কৃষ্ণ যায়ো অভ্যন্তৰ ।
তোমাক ৰাখিবে জানা শক্তি আছে কাৰ ॥
পূৰ্ব্বে ধৰ্ম্মৰাজে বাক্য বুলিছে আমাৰে ।
জনাৰ্দ্দন আইলে কেৱে নৰাখিব দ্বাৰে ॥৩১৭৬৪
যুক্তিহেতু ধৰ্ম্মৰাজে চলা পুৰী মাজে ।
সময় উচিত গোঁসাই আছে বৰ কাজে ॥
কৃষ্ণে বোলে সত্বৰে জনৰা যাই কথা ।
বিনা ৰাজ-আজ্ঞায়ে নযাওঁ আমি তথা ॥৩১৭৬৫
তেবে দ্বাৰ কহিলেক ৰাজাৰ বিদিত ।
আচম্বিতে গোবিন্দ দ্বাৰতে উপস্থিত ॥
শুনিয়া হৰিষ ভৈলা ধৰ্ম্ম মহীপাল ।
অনুক্ৰমে ভ্ৰাতৃ লৈয়া চলিলা সত্বৰ ॥ ৩১৭৬৬

দেখিয়া হৰিষ ভৈলা ধৰ্ম্মৰ কুমাৰ ।
কৃষ্ণে দেখি যুধিষ্ঠিৰে কৈলা নমস্কাৰ ॥
দুই ভুজে চাপি ধৰি তুলি লৈলা কোলে ।
মস্তকে চুম্বন দিয়া হাসি বাক্য বোলে॥৩১৭৬৭
ভীমসেন আসিয়া সত্বৰে পদ বন্দে ।
গৌৰৱ কৰয় তাঙ্ক পৰম আনন্দে ॥
বসিলেক জগন্নাথ আসন উপৰে ।
পাদ্য অৰ্ঘ্য দিয়া কৃষ্ণে পূজে নৃপবৰে ॥ ৩১৭৬৮
কৃষ্ণ দেখি পাণ্ডুৱ বিস্ময় মনে গুণি ।
কৃষ্ণক সম্মুখি তেবে বোলে যাজ্ঞসেনী ॥
বাসুদেৱ আসিলা দেখি বিস্ময় অসক্ষ ।
সৰ্ব্বক্ষণে গতি মোৰ নাৰায়ণ লক্ষ ॥ ৩১৭৬৯
আমাৰ নিকটে তেবে থাকে ভগৱান ।
যথা তথা আপদত কৰা পৰিত্ৰাণ ॥
অঠাইতে পূৰি সন্ধ্যা ভৈল আসি নিশা ।
অতিথি স্বৰূপে আসি মিলিল দুৰ্ব্বাসা ॥ ৩১৭৭০
ষাঠি সহস্ৰ মুনি লৈয়া দ্বাৰে আইল ।
কৃষ্ণৰ প্ৰসাদে তাতে অব্যাহতি পাইল ॥
দুঃশাসনে যেথনে আনিল কেশে ধৰি ।
একবস্ত্ৰে সভা মধ্যে আছে কেশে ধৰি ॥ ৩১৭৭১
বস্ত্ৰৰূপে কৃষ্ণে তাতে কৰি পৰিত্ৰাণ ।
পুঞ্জ পুঞ্জ স্থানে স্থানে বিচিত্ৰ নিৰ্ম্মাণ ॥
পিতৃ ভক্ত গুৰুজন আছিল তহিতি ।
ৰক্ষা কৰিবাক কাৰো নাহিকে শকতি ॥৩১৭৭২
যথা কালে আপদত হোৱে উপসন্ন ।
আপদ কালত তুমি ৰাখা নাৰায়ণ ॥
প্ৰকাশিত কমল কৰিয়া দিনপতি ।
তুমি পৰে পাণ্ডৱৰ আন নাহি গতি ॥ ৩১৭৭৩
দ্ৰৌপদীৰ বচনে হৰিষ ভৈলা মন ।
কৃষ্ণক সম্মুখি ধৰ্ম্মে বুলিলা বচন ॥
কাৰ্য্যসিদ্ধি ভৈল হেন বুজিলো লক্ষণ ।
স্মৰণ কৰিতে আইল দেৱ নাৰায়ণ ॥ ৩১৭৭৪
অন্তৰ্য্যামী ভগৱন্ত কৃপা ভৈলা মোৰ ।
বুজিয়া সঙ্কট মোৰ আইলা দামোদৰ ॥

তোমাৰ আদেশ হৌক অশ্বমেধ কৰো।
তেবে জ্ঞাতিবধ হন্তে পাৰ হৈবে পাৰো॥ ৩১৭৭৫
ব্যাসে কহি আছে মোত যজ্ঞৰ প্ৰসঙ্গ।
প্ৰতিজ্ঞা কৰিছে ভীমে আনিবে তুৰঙ্গ॥
এহিমতে আছো আমি অপেক্ষা যে কৰি।
কি কৰ্ম্ম কৰিবো আমি কহা দেৱহৰি॥ ৩১৭৭৬

### শ্ৰীকৃষ্ণৰ ভীমৰ প্ৰতি পৰিহাস আৰু ভীমৰ প্ৰত্যুত্তৰ

এহি শুনি হাসিয়া বুলিলা জগন্নাথে।
তোমাৰ শক্তিয়ে যজ্ঞ কৰো কেনমতে॥
অশ্বমেধ যজ্ঞবিধি শুনিতে কৰ্কশ।
তাহাক কৰিতে পাৰে কাহাৰ সাহস॥ ৩১৭৭৭
দেৱতা গন্ধৰ্ব্ব সিদ্ধ দৈত্যে কৰে আৰ।
এই যজ্ঞ কৰিবাক শক্তি আছে কাৰ॥
ভীমৰ মন্ত্ৰণা ৰাজা লৈবে নুযুৱাই।
লম্বোদৰ শৰীৰ বিস্তৰ মাত্ৰ খায়॥ ৩১৭৭৮
আতি বৰ ডাঙ্গৰ যে ক্ৰোধাধিক মতি।
কামাতুৰ লজ্জাহীন ৰাক্ষসীৰ পতি॥
কুযোনিক ফুৰিয়া ৰাক্ষস যোনি পাই।
হেন জনে যুক্তি লৱা কিবা আছে দায়॥৩১৭৭৯
সৰ্ব্বকালে বৰ পেট খাই বহুতৰ।
সদায় কঠোৰ বাণী থাকয় যাহাৰ॥
কামাতুৰ হোৱে আৰ স্ত্ৰীজীৱবধী।
হেনজনে যুক্তি দিলে কাৰ্য্য নহে সিদ্ধি॥৩১৭৮০
ৰাজসূয় যজ্ঞ কৰে যি যি ৰাজাসব।
মহাতেজ বলৱন্ত বৰ পৰাভৱ॥
আতি শুদ্ধ ধৰ্ম্মশীল গুণে নাহি অন্ত।
সত্যবাদী জিতেন্দ্ৰিয় আতি বীৰ্য্যবন্ত॥ ৩১৭৮১
হেনসব ৰাজা আছে পৃথিৱীৰ পতি।
তাহাক জিনিতে আছে কাহাৰ শকতি॥
অৰ্জ্জুনে প্ৰতিজ্ঞা কৈলা জয়দ্ৰথ বধ।
তাতে আমি মন্ত্ৰণা পাতিলো নানামত॥৩১৭৮২
পূৰ্ব্বে অশ্বমেধ কৈলা ৰাম ৰঘুপতি।
ভৰত লক্ষ্মণ দুইতো লৈয়া অনুমতি॥
বনে পাইয়া সেহি ঘোৰা ধৰিলা বালকে।
শ্ৰীৰামে অনেক যত্নে আনিলা তাহাকে॥৩১৭৮৩
ধন নাই জন নাই নাহিকে পদাতি।
ইকৰ্ম্ম কৰিতে পাৰে কাহাৰ শকতি॥
বৎসৰেক মানে ৰাখিবাক লাগে হয়।
সকলে আছয় তযু ভাই ধনঞ্জয়॥ ৩১৭৮৪
কোনজনে অৰ্জ্জুনক ৰণে বন্দী কৰি।
কোন জনে দিব আনি তাহাঙ্ক উদ্ধাৰি॥
কোনে থাকিবেক ঐত তোমাৰ ৰক্ষক।
হেন কৰ্ম্ম কৰি আছা শুনিতে অশক্য॥ ৩১৭৮৫
কৃষ্ণৰ বচন শুনি বীৰ বৃকোদৰ।
ভক্তি কৰি বোলে ভীমে যুৰি দুই কৰ॥
স্থূলন্তৰ বৰ পেট বহু খাইতে পাৰে।
ৰাক্ষসী কুযোনি বৰ কৰিতে নপাৰে॥ ৩১৭৮৬
যত কিছু লাগে মানে সবে মোতে ঘটে।
মনে ভাবি চাৱা তুমি তোমাৰ নিকটে॥
সাগৰ ভূধৰ আদি তোমাৰ উদৰে।
তুমি অল্প খোৱা আমি খাওঁ বহুতৰে॥ ৩১৭৮৭
ৰুক্মিণী প্ৰভৃতি ষোল সহস্ৰ যে নাৰী।
তেবে কেনে কৈলা বিহা ভালুক কুমাৰী॥
তুমি সম কামাতুৰ আৰ কেহো নাই।
মৎস্য কূৰ্ম্ম যোনিতেসে আছা সুখ পাই॥ ৩১৭৮৮
কামভাৱে ভাল মন্দ নকৰা বিচাৰ।
আপুনি ভৈলাহা কাম তনয় তোমাৰ॥
নাৰদে আনিয়া দিলা এক পাৰিজাত।
মালা গাঁথি লৈলা তাক ৰুক্মিণী গলত॥৩১৭৮৯
শুনি আকলিলা তাক সত্ৰাজিতসুতা।
চৰণে ধৰিয়া কৰে অনেক ব্যগ্ৰতা॥
সত্বৰে আনিয়া বৃক্ষ দিলা তাঙ্ক পাচে।
তুমি সম স্ত্ৰীজিত আৰো কৈত আছে॥৩১৭৯০
ব্ৰহ্মাণ্ড ভাণ্ডাৰ মধ্যে শৰীৰ আছন্ত।
যোগীগণে যাক কহি নপাৰন্ত অন্ত॥
বলিক ছলিলা তুমি বামণৰ মূৰ্ত্তি।
সঙ্কটত মাগি কৈলা দ্বাৰকা বসতি॥ ৩১৭৯১

ক্ষীৰোদ মথিয়া পাইলা ভাৰ্য্যা দেৱেসমে।
অদ্যাপি আছাহা তুমি শত্ৰুৰ স্থানে ॥
বৰে কৰে অপকৰ্ম্ম বচনে আপেক্ষি।
অল্পজনে দোষ কৰে সৰ্ব্বজন দোষী ॥ ৩১৭৯২
তোমাত ভাৰসা কৰি আছিলোহো সবে।
সৰ্ব্ব কাৰ্য্য নষ্ট কৈলা আসিয়া মাধবে ॥
মেঘ দেখি আকাশত চাতকি বনান্ত।
বৃষ্টিধাৰা আশা কৰি যাইবে খোজন্ত ॥ ৩১৭৯৩
বদন প্ৰকাশ কৰি চাবে আক দৃষ্টি।
জল হৰি মুখে পৰে আঙ্গাৰৰ বৃষ্টি ॥
ধেনু যেন পঙ্কত সৰ্ব্বাঙ্গে আছে মজি।
পূৰ্ব্বে যেন আশা কৈলা সিয়ো গৈলা ত্যজি ॥'৯৪
সেহিমত আমাৰ কৰিলা জগন্নাথ।
আচম্বিতে মাথে যেন পৰে বজ্ৰপাত ॥
এভৱ সাগৰে গোসাই হোৱাহা সদয়।
বহুভাৱ নেদেখাইবা নেদিবাহা ভয় ॥ ৩১৭৯৫
প্ৰসন্ন হুয়োক প্ৰভু কৰাহা আশ্বাস।
ধৰ্ম্মৰ খণ্ডোৱা যত মনৰ ত্ৰুখ তাপ ॥
সহায় হুয়োক মাত্ৰ কৰিয়ো আদেশ।
প্ৰসন্ন আমাত প্ৰভু হুয়ো হৃষীকেশ ॥ ৩১৭৯৬

ভীমৰ উত্তৰত শ্ৰীকৃষ্ণ সন্তুষ্ট হৈ যজ্ঞ
কৰিবলৈ উপদেশ

ভীমৰ বচন তেবে শুনিয়া তেখনে।
হৃদয় প্ৰসন্ন হুয়া বোলে জনাৰ্দ্দনে ॥
ধন্য ধন্য বৃকোদৰ কৰি আছা দৃঢ়।
তোমাৰ বচনে আমি তুষ্ট ভৈলো বৰ ॥ ৩১৭৯৭
বচনেক বোলো আমি শুনা ধৰ্ম্মৰাজ।
অশ্বমেধ যজ্ঞ তুমি কৰা কোন কাজ ॥
ভীষ্ম দ্ৰোণ কৰ্ণবীৰ ৰাজা দ্ৰুৰ্য্যোধন।
ত্ৰুঃশাসন বিবিংশতি দ্ৰুৰ্জ্জয় সুদৰ্শন ॥ ৩১৭৯৮
ই সৱক বধি যদি মনে বৰ তাপ।
আমি খণ্ডাইবোহো যত জ্ঞাতিবধ পাপ ॥
আমাতেসে লাগোক যে আছে পাপকৰ্ম্ম।
নিষ্পাপ শৰীৰ হুই থাকা তুমি ধৰ্ম্ম ॥ ৩১৭৯৯
তেবে শুনি হাসি বোলে শুনা বৃকোদৰ।
আত্মা শুদ্ধ মনে বোলা চিত্তে নলয় মোৰ ॥
পাপকৰ্ম্ম কৰি যদি দেই মোৰ হাতে।
কোটি যজ্ঞ ফল হুইব জানিলোহো তাতে ॥৩১৮০০
তুমি যাৰ অনুকূল সাফল জীৱন।
তুমি বিনে আন গতি নাহি নাৰায়ণ ॥
ঘোৰা লৈয়া পুনৰপি নিফিৰো যাৱত।
ধৰ্ম্মৰ ৰক্ষক হুইয়া থাকিবা তাৱত ॥ ৩১৮০১
এহি শুনি কৃষ্ণে তেবে বোলে শুনা ধৰ্ম্ম।
মনৰ বাঞ্চিত যেহি কৰা সেহি কৰ্ম্ম ॥
ভীম পাঞ্চ ভাই যাৰ আছয় সহিত।
সেহি পুনু যজ্ঞ কৰ্ম্ম কৰিতে উচিত ॥ ৩১৮০২
লোক অৰ্থে যজ্ঞ কীৰ্ত্তি পৱিত্ৰ ধৰণী।
এহি কৰ্ম্ম কৰা ৰাজা তুষ্ট হুইবো আমি ॥
কৃষ্ণৰ বচনে ৰাজা আনন্দিত অঙ্গ।
মকৰন্দ পায়া যেন সন্তোষিত ভৃঙ্গ ॥ ৩১৮০৩
ৰজনী উদিত ভৈল প্ৰভাত সময়।
যাত্ৰা কৰি চলে ভীম আনিবাক হয় ॥
কুন্তী যুধিষ্ঠিৰ কৃষ্ণ বন্দিয়া চৰণ।
পাচে সম্বুধিয়া ভীমে বুলিলা বচন ॥ ৩১৮০৪
কৃষ্ণে সমে থাকা তুমি হস্তিনানগৰী।
দ্বিজগণ প্ৰজাগণ ৰাজ্য ৰক্ষা কৰি ॥
এহি বুলি বৃকোদৰ চলিলা সত্বৰে।
বৃষকেতু মেঘবৰ্ণ দ্ৰুই সঙ্গী কৰে ॥ ৩১৮০৫
তিনিজনে চলি যাই পদব্ৰজ গতি।
কতোদিনে পাইলা গৈয়া পুৰী ভদ্ৰাৱতী ॥
যৌৱনাশ্ব পুৰী ভীমে দেখিলেক দূৰে।
যজ্ঞ ধুম্ৰে দিব্যঘট শোভে প্ৰতিঘৰে ॥ ৩১৮০৬
বিচিত্ৰ পতকা উৰে দেখিতে সুন্দৰ।
যজ্ঞ ধুমে গগন দেখিয় অন্ধকাৰ ॥
নানা বাদ্য নৃত্য গীত কৰে শঙ্খধ্বনি।
বেদ ধ্বনি মন্ত্ৰ পাঠ এহি মাত্ৰ শুনি ॥ ৩১৮০৭

মণ্ডপ উদ্যান মঠ বিচিত্ৰ নগৰ।
পুৰী দেখি হৰষিত ভৈলা বৃকোদৰ॥
পুৰীৰ লক্ষণ দেখি হৰিষ ভৈলা মন।
বৃষকেতু দেখাই বোলে চাহা ভীমসেন॥৩১৮০৮
দেখাহা বিচিত্ৰ ৰাজ্য ভদ্ৰাৱতী পুৰী।
যতেক বিচিত্ৰ আত কহিতে নপাৰি॥
দুই পৰ গৈলা দিন তৃষায়ে পীড়িলে।
ঘোৰা লৈয়া আসিবেক সৰোবৰ কোলে॥ ৩১৮০৯
চিনিবা যজ্ঞৰ ঘোৰা হৰিবা তেখনে।
পাচ হুয়া থাকিবো আঁমৰা দুইজনে॥
হেনমতে মন্ত্ৰণা কৰিলা দুইজন।
গুপ্তভাৱে ৰহিলেক একচিত মন॥ ৩১৮১০
কহে গঙ্গাদাসে শুনা স্থিৰ কৰি মতি।
অশ্বমেধ পুণ্যকথা ৰচিলা সম্প্ৰতি॥
হেন জানি নৰলোক এৰা আন কাম।
পাতেক ছাৰোক ডাকি বোলা ৰাম ৰাম॥ ৩১৮১১

মেঘবৰ্ণৰ ঘোৰাহৰণ-উদ্যোগত ইন্দ্ৰৰ ভয়
আৰু দূতৰ দ্বাৰা পৰিচয় গ্ৰহণ

পদ

ভীমৰ বচন শুনি বৃষকেতু বোলে।
হৃদয় আনন্দ ভৈল মন কৌতূহলে॥
দশ অক্ষৌহিণী সেনা যৌৱনাশ্বে দিতে।
মোৰ মতে ইসকল দেখা একমতে॥ ৩১৮১২
গঙ্গা দৰশনে যেন পাপ পলায় ভয়ে।
আমাক দেখিয়া যেন পলাই সৈন্যচয়ে॥
ধৰ্ম্মৰ আদেশে মাধৱক প্ৰতিহিতে।
সি কাৰণে আসি আছো ঘোৰা হৰি নিতে॥৩১৮১৩
এহি কথা কহে বৃষকেতু ভীমসেনে।
অচম্বিতে গজ সৈন্য দেখে বিদ্যমানে॥
গন্ধ পুষ্প ধূপ দ্বীপ নৃত্যগীত বাদ্যে।
পৃথ্বী তোলাপাৰ হুই গজঘণ্টা শব্দে॥ ৩১৮১৪
আগে হস্তীচয় পাছে যাই মাহুত্তগণ।
কৃষ্ণবৰ্ণ দেখি যেন শিৰত অঞ্জন॥
শিৰত সিন্দুৰে মণ্ডি দেখিতে সুন্দৰ।
তথা পৰি মধুপান কৰয় ভ্ৰমৰ॥ ৩১৮১৫
সৰোবৰ মধ্যে যেন কুঞ্জৰসকলে।
স্নান কৰি জলপান কৰে কৌতুহলে॥
সৰোবৰ মধ্যে যেন কৰয় হিন্দোল।
সিন্দূৰে মণ্ডিত ভৈলা সৰোবৰ জল॥ ৩১৮১৬
গজকুম্ভ চাৰি ভৃঙ্গ গৈলা চাৰি যথা।
অসৎলোক সমে প্ৰীতি নহয় সৰ্ব্বথা॥
হেন দেখি ভীমসেন ভৈলা আনন্দিত।
সেহি কালে ঘোৰা লৈয়া ভৈলা উপস্থিত॥ ৩১৮১৭
কতো শ্বেত কতো কৃষ্ণ দেখিতে সুন্দৰ।
মহাৰথীগণে সমে লৈয়া ধনুশৰ॥
ব্যাল্লিশ মৃদঙ্গ বাদ্য বজাৱে মহৰি।
আকাশ ঢাকিয়া বাণ দেখি শাৰী শাৰী॥ ৩১৮১৮
ভীমে সম্বুধিয়া বোলে বৃষকেতু বাক।
এহি যৌৱনাশ্ব সৈন্য দেখহ কৌতুক॥
সৈন্য আগে গৈয়া তেবে বুজ সব পৰে।
পতকাসকল যেন কালমেঘে লৰে॥ ৩১৮১৯
এহিকথা বৃষকেতু কহন্তে ভীমত।
আসিয়া ঘোৰাৰ যূথ মিলিলা আগত॥
জলপান কৰিয়া সন্তোষ ভৈলা চিত।
কতো আসে কতো যাই নাই পৰিমিত॥ ৩১৮২০
তাক দেখি ভীমসেনে নসহয় মনে।
বৃষকেতু সম্বুধিয়া বুলিলা বচনে॥
নিৰেক্ষিয়া চাইলো মই ৰঙ্গে সৈন্যচয়।
আনসব ঘোৰা দেখো নাহি যজ্ঞ-হয়॥ ৩১৮২১
যি নিমিত্তে আসিলো নভৈল কাৰ্য্য সিদ্ধি।
যজ্ঞ-হয় নাপালে কৰিবো কোন বুদ্ধি॥
নুহি কিবা ঘোৰা লৈয়া গৈলা অন্তঃপুৰী।
তৃণ লৈয়া জল যেন দেখো যত্ন কৰি॥ ৩১৮২২
কৃপণৰ ধন যেন নেৰয় সদায়।
পৰক নেদয় যেন আপুনি নখায়॥
লোক যেন স্নেহভাৱে পুত্ৰমুখ চাৱে।
কামুকে কামিনী যেন নচাৱে সদায়ে॥ ৩১৮২৩

ভক্তিহীন লোকে যেন মুক্তি নাহি পাৱে।
নাৰায়ণ ৰস চাৰি আনকেসে ধাৱে ॥
ইসব প্ৰকাৰে ঘোৰা ৰাখে ৰাজা নৃপে।
নপাওঁ যজ্ঞৰ ঘোৰা বুজিলো স্বৰূপে ॥ ৩১৮২৪
বিনা ঘোৰা জিনি যাইবো হস্তিনা নগৰী।
দেখিয়া হাসিবে কৃষ্ণে বৰ লজ্জা কৰি ॥
বৃষকেতু সমে ভীমে ইকথা কহিতে।
হেনকালে ঘোৰা আসি মিলিলা ত্বৰিতে ॥ ৩১৮২৫
আকাশ ভৰিয়া বাণা চন্দ্ৰমল ছাতা।
আগে চলে অশ্বগণ পাচে চলে মাতা ॥
মহাৰথীগণ আগে চলে চাৰিভিতে।
বিচিত্ৰ কৱচ অঙ্গে ধনুবাণ হাতে ॥ ৩১৮২৬
আতি সুলক্ষণ দেখি অশ্বসেনাগণ।
স্বৰ্গহন্তে নামি আইল ইন্দ্ৰবীৰগণ ॥
সুৱৰ্ণৰ পত্ৰ দিলা কপালে দৰ্পণ।
চন্দনে লেপিত অঙ্গ কুঙ্কুম ভূষণ ॥ ৩১৮২৭
নানাৰত্নে বিভূষিত হাৰমালা গলে।
জয়ধ্বনি সব বাদ্য শুনি সুমঙ্গলে ॥
নানাৰত্নে পুৰীসব দেখিতে শোভিত।
ধূপে দীপে অন্ধকাৰ গগন ব্যাপিত ॥ ৩১৮২৮
অশ্ব চাৰি খুৰা ভূমি নাহিকে পৰশে।
অলক্ষিতে গতি যেন বিদ্যুত আকাশে ॥
গজ বাজী ৰথ ৰথী সৈন্য নাহি অন্ত।
মেঘনাদ সম্বুধিয়া ভীমে বুলিলন্ত ॥ ৩১৮২৯
পূৰ্ব্বে কহি আছা তুমি ঘোৰা ধৰি দিতে।
প্ৰতিজ্ঞা কৰিয়া আছা ধৰ্ম্মৰ আগতে ॥
সেহি প্ৰতিজ্ঞাক তুমি পূৰা মনোৰথ।
যশ কীৰ্ত্তি পুৰুষাৰ্থ হৌক ত্ৰিজগত ॥ ৩১৮৩০
আপুনাৰ ভুজদৰ্পে ঘোৰা গৈয়া ধৰ।
আজি ৰণে বল তোৰ দেখাউ সত্বৰ ॥
তেবে মেঘবৰ্ণে বোলে শুনা পিতামহ।
আনিবো যজ্ঞৰ ঘোৰা কোন বস্তু সাহ ॥ ৩১৮৩১
লীলায়ে তুৰঙ্গ ধৰো সৈন্য-মাজ পশি।
মোৰমতে সৈন্যসব হেন তৃণবাসী ॥
বৃষকেতু সহিতে বসিয়া থাকা তুমি।
আনিতে যজ্ঞৰ ঘোৰা হেৰা চলো আমি ॥ ৩১৮৩২
এহিবুলি নিজমূৰ্ত্তি ধৰি নিশাচৰে।
মহা সিংহনাদ কৰে ঘোৰ নিশাচৰে ॥
দশো দিশ চমৎকাৰ শুনিয়া গৰ্জ্জন।
মেঘে অন্ধকাৰ ভৈল চাইলন্ত গগন ॥ ৩১৮৩৩
চাৰি দিকি শিলাবৃষ্টি বজ্ৰ হোৱে পাত।
বিজুলি চমক যেন পৰয় নিৰ্ঘাত ॥
মেঘৰ স্বৰূপ হুয়া ব্যাপিলা আকাশ।
শুনিয়া কম্পিত ভৈলা দেৱতা মানুহ ॥ ৩১৮৩৪
ত্ৰাস পাই ইন্দ্ৰে বাৰ্ত্তা পুছে ঘনে ঘনে।
স্বৰ্গ জিনিবাক আজ্ঞা পাইলা কোন জনে ॥
দূত পঠাই দিলা বাৰ্ত্তা জানিতে সুসাৰ।
প্ৰলয়ৰ মত যেন সকলে সংসাৰ ॥ ৩১৮৩৫
ইন্দ্ৰৰ আজ্ঞায়ে দূত আইল শীঘ্ৰ গতি।
যথা আছে মেঘবৰ্ণ মায়াৰূপ মূৰ্ত্তি ॥
সম্ভাষা বোলয় দূত বসিয়া আগত।
কাহাৰ কুমাৰ তুমি কহা স্বৰূপত ॥ ৩১৮৩৬
তযু ভয়ে কম্পমান দেৱগণ শশী।
বাৰ্ত্তা জিজ্ঞাসিবে লাগি আমি আছো আসি ॥
মেঘবৰ্ণে বোলে দূত বাৰ্ত্তা শুনা মোৰ।
নাম মোৰ মেঘবৰ্ণ পৌত্ৰক ভীমৰ ॥ ৩১৮৩৭
যুধিষ্ঠিৰ মহাৰাজা হস্তিনাপুৰত।
জ্ঞাতিবধ ভয়ে কৰে অশিপত্ৰ ব্ৰত ॥
পিতামহ বৃষকেতু দুইহানো সহিতে।
তিনিজন আসি আছো ঘোৰা হৰি নিতে ॥ ৩১৮৩৮
যৌৱনাশ্ব নৃপতিৰ হৰি নিবো হয়।
এহি বাৰ্ত্তা দূত তেবে কহিবা নিশ্চয় ॥
এহি শুনি দেৱদূত ভৈলা আনন্দিত।
সত্বৰে কহিলা গৈয়া ইন্দ্ৰৰ বিদিত ॥ ৩১৮৩৯
বাৰ্ত্তা পাই হৰষিত ভৈলা দেৱৰাজ।
যুধিষ্ঠিৰে যজ্ঞ কৰে বৰ শুভ কাৰ্য্য ॥
দেৱগণ সঙ্গে কৰি ৰথে মাতলিক।
যথা মেঘবৰ্ণ আইল চাহন্তকৌতুক ॥ ৩১৮৪০

মেঘবৰ্ণৰ অশ্ব হৰণ আৰু যৌৱনাশ্বৰ লগত তিনি বীৰৰ যুদ্ধ

গজবাজী ঐৰাৱতে চৰি সহস্ৰেকে।
মেঘবৰ্ণ বীৰ চাহি থাকে অন্তৰীক্ষে ॥
তেবে যজ্ঞ ঘোৰা লইয়া উঠে আকাশত।
সৰ্ব্বলোকে দেখিয়া যে পাইলা মহা ভীত ॥৩১৮৪১
ধূলা দৃষ্টি অন্ধকাৰ পথক নেদেখি।
কি ভৈল কি ভৈল বুলি মুদি দুই আখি ॥
অশ্ব লৈয়া কেহো জনে চাহন্ত আকাশে।
নিৰেক্ষিয়া সৰ্ব্বলোকে চান্ত দশোদিশে ॥৩১৮৪২
বুজিতে নপাৰো কিছু কৈক নিলা হয়।
কিনো অদভুত কথা নজানো নিশ্চয় ॥
হেন বিপৰীত ফল কিনো দৈৱযোগে।
বাৰ্ত্তা জনাইবাক গৈলা নৃপতিৰ আগে ॥ ৩১৮৪৩
বসি আছে নৰপতি পাত্ৰ সমন্বিতে।
চাৰিপাশে সৈন্যসব আছন্ত বেষ্টিতে ॥
হেনকালে দূতে যাই জনাইলেক হিত।
যুৰিয়া যুগল কৰ ৰাজাৰ আগত ॥ ৩১৮৪৪
দুইপৰ অভ্যন্তৰে ঘোৰা নাহি শালে।
স্নান কৰাইলো নিয়া সৰোবৰ জলে ॥
বিপৰীত ভৈল তাতে জানো কোন হেতু।
আচম্বিতে ঘোৰা হৰি নিলা ধ্বষ্টকেতু ॥ ৩১৮৪৫
এহি শুনি নৃপতি গুণিয়া দুখ মনে।
মন্ত্ৰীক সম্বুধি ৰাজা বুলিলা তেখনে ॥
দেৱতাৰ মন বৰ যজ্ঞ কৰিবাৰ।
অনুমানে জানো ঘোৰা নিলে পুৰন্দৰ ॥ ৩১৮৪৬
মহাদেৱ হৰে কিম্বা বিষ্ণু নিলা হয়।
তিনিমধ্যে কোনে নিলা জানিবা নিশ্চয় ॥
এহিবুলি যৌৱনাশ্ব ভৈলন্ত কুপিত।
আজ্ঞা দিলা সব সৈন্য সাজক ত্বৰিত ॥ ৩১৮৪৭
যেনমতে আদেশ কৰিল নৃপবৰ।
দশ অক্ষৌহিণী সেনা সাজিল সত্বৰ ॥
সুবেগ কুমাৰ সাজে ৰাজাৰ প্ৰধান।
দুৰ্জ্জয় বিক্ৰমে বীৰ মহা বলবান ॥ ৩১৮৪৮
সৰ্ব্ব সৈন্য সাজিলেক চতুৰঙ্গ দলে।
চক্ষুৰ নিমিষে সবে গৈলা ৰণস্থলে ॥
চাৰি সহস্ৰেক ৰথী আকাশে চলয়।
অলক্ষিত বেগে গৈলা যথা আছে হয় ॥ ৩১৮৪৯
ৰাজাৰ আদেশ পাই মহাৰথীযূথে।
ধাইলা আকাশৰ পথে অস্ত্ৰ লৈয়া হাতে ॥
বীৰসব আকাশে দেখিল চক্ষু জ্বালা।
ভয়ঙ্কৰ কলেবৰ মেঘ যেন কালা ॥ ৩১৮৫০
যজ্ঞ অশ্বৰ আছে তাহাৰ যে পাশে।
পূৰ্ণচন্দ্ৰ ৰাহু যেন কৰিছা গৰাসে ॥
মহাৰথীগণক সবে কৰিলেক তাজি।
মোৰ হাতে পৰি আছা নেৰিবোহো আজি ॥'৫১
এখনে আমাৰ হাতে যাইবি যমপুৰী।
নিচিন্তি আছাহা কেনে ঘোৰা চুৰি কৰি ॥
এহি বুলি বীৰসবে বেঢ়ি মাৰে বাণ।
মেঘবৰ্ণ বীৰে তাক নকৰে সন্ধান ॥ ৩১৮৫২
হেন দেখি ডাক দিয়া বোলে নিশাচৰ।
নিশ্চয়ে জানিলো তই যাইবি যমঘৰ ॥
মাথা মেঘে জানিয়া কৰিলা শিলাবৃষ্টি।
সংহৰিলা বীৰসবে প্ৰহাৰিয়া মুষ্টি ॥ ৩১৮৫৩
উৰা কৰি ৰাক্ষস হৰিষ কৰি চিত।
মাৰিলেক নৃপতিৰ বীৰ ভাগ যত ॥
ঘোৰা লৈয়া নিশাচৰ গৈলা পূৰ্ব্বস্থানে।
যথা আছে বসি বৃষকেতু ভীমসেনে ॥ ৩১৮৫৪
প্ৰণাম কৰিয়া বোলে শুনা পিতামহ।
তোমাৰ প্ৰসাদে আনি দিলো যজ্ঞ হয় ॥
লৈ যাওঁ যজ্ঞ-ঘোৰা চলিয়ো সত্বৰ।
যথা আছে যুধিষ্ঠিৰ হস্তিনা নগৰ ॥ ৩১৮৫৫
এহি কথা কন্তে ভীমসেন মেঘবৰ্ণ।
দূৰে থাকি দেখিলেক যৌৱনাশ্ব সৈন্য ॥
ক্ৰোধ কৰি বীৰ সবে ধনু লৈয়া হাতে।
ধাইলা ৰাক্ষসক প্ৰতি ক্ৰোধে মহাৰথে ॥ ৩১৮৫৬
দশোদিশ চাপি কৰে বাণ বৰিষণ।
চাৰিভিতি অন্ধকাৰ নেদেখি গগন ॥

তাক দেখি বৃষকেতু অগ্নিসম ৰোষে।
মেঘনাথ অশ্বাসিয়া ভীমেও প্ৰশংসে ॥ ৩১৮৫৭
ধন্য ধন্য মেঘবৰ্ণ ঘটোৎকচ সুত।
বৰ কাৰ্য্য কৰি আছা শুনন্তে অদ্ভুত ॥
হেনয় সাহস বীৰ নাহি ত্ৰিভুবনে।
একেশ্বৰে ঘোৰা আনে জিনি ঘোৰ ৰণে ॥ ৩১৮৫৮
বিপক্ষৰ সমে ৰণ কৰে একেশ্বৰে।
অনুকুল হুইয়া আমি ৰক্ষা কৰো তাৰে ॥
এহি বুলি বৃষকেতু পশিলা ৰণত।
মাতিয়া পাৰয় সেনা আসি আছে যত ॥ ৩১৮৫৯
বৃষকেতু বেঢ়ে দেখি ক্ৰোধে বোলে ভীম।
ক্ৰোধে আতি ভীমসেন কালান্তক যম ॥
ধেনু লৈয়া হেন কালে দেখিলা তৰাসে।
পিণাকী ধাইলেক যেন দানব উদ্দেশে ॥ ৩১৮৬০
ৰক্ত যেন নয়ন কৰি ক্ৰোধে আতিশয়।
গজ বাজী সৈন্য কাটি কৰিলেক ক্ষয় ॥
কৰ্ণপুত্ৰ বৃষকেতু কৰ্ণৰ সমান।
দুৰ্জ্জয় কাৰ্য্যক হাস্কে দুৰ্জ্জয় সন্ধান ॥ ৩১৮৬১
শত শত বাণ সন্ধি এৰে বাহুবলে।
বীৰসব কাটিয়া পেলাইলা মহীতলে ॥
সিংহসম পৰাক্ৰম সিংহনাদ কৰে।
ষাড় কুম্ভ বিদাৰিয়া গজসব মাৰে ॥ ৩১৮৬২
পৰিল যতেক বীৰ শঙ্কা নাহি তাতে।
ৰথী ৰথ গজ বাজী পদাতি অনন্তে ॥
বৃষকেতু দেখে ৰণে বিপক্ষ পলায়।
মৃগ দেখি সিংহ যেন লৰি খেদি যায় ॥ ৩১৮৬৩
বাসুদেৱ শৰণত পাপ নাহি ৰয়।
এহিমতে সৈন্যসব কাটি কৰে ক্ষয় ॥
অশ্বসব শৰে কাটি কৰিলা সংহাৰ।
বীৰ লৈয়া বীৰ মাৰে সংগ্ৰামে দুৰ্ব্বাৰ ॥ ৩১৮৬৪
বৃষকেতু যুদ্ধ দেখি ৰাজাৰ বিদিত।
হৃদয়ে ভাবিয়া দুখ ভৈলেক বিস্মিত ॥
মন্ত্ৰী সব সম্বুধিয়া নৃপতি বোলয়।
এহি তিনি বীৰ দেখি মনে লাগে ভয় ॥ ৩১৮৬৫
বলৱন্ত পৰাক্ৰম দুৰ্জ্জয় প্ৰতাপ।
দেখি যেন ধাইয়া আসে অজগৰ সাপ ॥
এক বীৰে ঘোৰা লৈয়া গৈলা আকাশক।
লীলায়ে জিনিলা অশ্ব চাৰি সহস্ৰেক ॥ ৩১৮৬৬
কোন দেৱ আসি আছে ঘোৰা নিবে সাজি।
মনুষ্য নোহয় ইটো অনুমানে বুজি ॥
ভীমে হেন বৃষকেতু ৰণ দেখি আগে।
প্ৰশংসা কৰিয়া ধাইলা বীৰ মহাভাগে ॥ ৩১৮৬৭
ধন্য ধন্য বৃষকেতু বালক ছৱাল।
সিংহ পৰাক্ৰম বীৰ বিক্ৰম বিশাল ॥
মৃগ মধ্যে সিংহ যেন নাহিকে সংশয়।
নিৰোগী শৰীৰ যেন নাহিকয় ভয় ॥ ৩১৮৬৮
ভুজ দৰ্প সাহস কৰিয়া তেনমতে।
মাৰিলা অনেক সেনা পশিলা ৰণতে ॥
একেশ্বৰ শিশু জানা সৈন্য বহুতৰ।
তথাপি নপান্ত কেহো তাহাৰ ওচৰ ॥ ৩১৮৬৯
এতেকে উচিত নহে পশিবেক ৰণে।
আমি গৈয়া ৰণ কৰো বিপক্ষৰ সমে ॥
গদাযুদ্ধে মাৰো আজি সৈন্য সমুচ্চয়।
ৰণ জিনি আসো আজি দিয়া বহু ভয় ॥ ৩১৮৭০
বৃষকেতু বোলে শুনা খুৰা বৃকোদৰ।
অনুচিত কিয় বোলা মনে নলয় মোৰ ॥
ত্ৰিভুবনে সাজিয়া একত্ৰে আসে যদি।
তুমি অনুকূল হুইয়া বিপক্ষক বধি ॥ ৩১৮৭১
আমি গৈয়া সংহৰিয়া সৈন্য সমুদয়।
কাটিয়া পেলাইবো যেন পকা ফলচয় ॥
বৃক্ষপকা পত্ৰ যেন বতাসে উৰায়।
হেনমতে ৰণ জিনি আসো অৱগাই ॥ ৩১৮৭২
এহি বুলি বৃষকেতু পৰম হৰিষে।
ভীমক বন্দিয়া বীৰ ৰণত প্ৰবেশে ॥
সন্ধানে পূৰিয়া বীৰ ধনু লৈলা হাতে।
বীৰসব কাটিয়া পেলাইলা যূথে যূথে ॥ ৩১৮৭৩
শৰ ভেদি কুম্ভস্থানে হস্তীগণ মাৰে।
হস্তীগণ সিংহে যেন নখাগ্ৰে বিদাৰে ॥

সুৱলিত তীক্ষ্ণশৰ ধনুৰ্ব্বাণ ধৰি।
অন্ধকাৰ কৰিলেক স্বৰ্গপথ পুৰী ॥ ৩১৮৭৪
সৈন্যসব কাটিয়া পেলাইলা ঘোৰে ঘোৰে।
তৰুণ কদলী যেন বতাসত পৰে ॥
গজকুম্ভ বিদাৰিয়া মুক্তা পৰে তথা।
তিনি বীৰে সৈন্যসব ছেদিলেক মাথা ॥ ৩১৮৭৫
কাটিয়া সকলে সৈন্য কৰিলা উছন্ন।
অগ্নি যেন দহিলেক শুকান কানন ॥

যৌৱনাশ্ব আৰু বৃষকেতুৰ যুদ্ধ আৰু বৃষকেতুৰ মূৰ্চ্ছা

সৰ্ব্ব সৈন্য পৰিলেক দেখি বিদ্যমানে।
আপুনি নৃপতি গৈয়া পশিলেক ৰণে ॥ ৩১৮৭৬
গজ কন্ধে চৰি ৰাজা থিৰ ভৈলা আগে।
বৃষকেতু সম্বুধিয়া বোলে মহাভাগে ॥
ৰথৰ উপৰে আমি তুমি ভূমিতল।
তোমাৰ আমাৰ যুদ্ধ নোহে কৌতূহল ॥ ৩১৮৭৭
দিব্য ৰথ দেওঁ তুমি সাৰথি সহিতে।
তাতে চৰি যুদ্ধ কৰা যদি লৱে চিত্তে ॥
কোন বংশে জন্ম তোৰ হৱা কাৰ পুত্ৰ।
আপুনি জনায়ো মোত কহা নাম গোত্ৰ ॥ ৩১৮৭৮
ধন্য ধন্য বীৰ তুমি ধন্য কুলে জাত।
বৰ তুষ্ট ভৈলো তোক দেখিয়া সাক্ষাত ॥
যৌৱনাশ্ব বাক্য শুনি কৰ্ণৰ কুমাৰ।
পৰিচয় দিয়া কহে কথা আপুনাৰ ॥ ৩১৮৭৯
কাশ্যপ কুলত জন্ম সূৰ্য্য পিতামহে।
শুনি আছা চাৰি দাতা প্ৰসিদ্ধ লোকে কহে ॥
তাৰ মধ্যে প্ৰধান যে কৰ্ণ সেনাপতি।
বৃষকেতু নাম মোৰ কৰ্ণৰ সন্ততি ॥ ৩১৮৮০
যুধিষ্ঠিৰ ধৰ্ম্মৰাজা যজ্ঞ কৰিবাৰ।
সেহি হেতু আসি আছো ঘোটক নিবাক ॥
তোমাৰ ৰথত চৰি যুজো তুমি সমে।
হেন নীতি শাস্ত্ৰ শিক্ষা দিছে কোন জনে ॥ ৩১৮৮১
শত্ৰুৰ অধীন ৰথ হিত কিবা মোৰ।
অনুচিত বাক্য কিয় বোলা নৃপবৰ ॥
বৃষকেতু বাক্য শুনি বোলে যৌৱনাশ্বে।
ধন্য ধন্য বৃষকেতু জন্ম সূৰ্য্য বংশে ॥ ৩১৮৮২
কোমল শৰীৰ তুমি বালক সুন্দৰ।
আগে নকৰিবো শৰ তোমাৰ উপৰ ॥
আগে তুমি প্ৰহাৰ কৰিবা যেবে মোক।
তেবেসে এৰিবো অস্ত্ৰ লাগিয়া তোমাক ॥ ৩১৮৮৩
বৃষকেতু বোলে ৰাজা মিছা কৰা লপ।
যুদ্ধত পশিলে ৰাজা যিবা কৰে দৰ্প ॥
যুদ্ধত বঢ়াই কৰি কাৰ্য্য নোহে সিদ্ধি।
আমি শিশু জানা তুমি আপুনিসে বুদ্ধি ॥ ৩১৮৮৪
বচনেক বোলো ৰাজা শুনা মতিমন্ত।
পুত্ৰসব আছে তান মহা বলবন্ত ॥
তাৰা সমে যুদ্ধ কৰো কোনে পাৰে ৰণে।
বসিয়া কৌতুক দেখা যদি লৱে মনে ॥ ৩১৮৮৫
এহি বুলি যৌৱনাশ্বে ক্ৰোধ কৰি মনে।
এৰিলেক দশ বাণ বাজী ধনুৰ্গুণে ॥
আৰো দশ বাণ ৰাজা এৰি তেতিক্ষণি।
জাজ্বল্য সমান ৰাজা জ্বলয় অগনি ॥ ৩১৮৮৬
নৱ বাণে সিয়ো শৰ কাটি বৃষকেতু।
খেপিলন্ত দশ বাণ নৃপতিৰ হেতু ॥
হৃদয় ভেদিয়া বাণ পৃথিৱীত পৰে।
পুনু অৰ্দ্ধচন্দ্ৰ বাণে দণ্ড কাটি পাৰে ॥ ৩১৮৮৭
অৰ্দ্ধচন্দ্ৰ বাণে ধেনু কাটিলা ত্বৰিত।
ভানু ৰশ্মি পায়া যেন মৃগ সন্তোষিত ॥
চাৰি বাণ ভেদি তেবে ফুটি কলেবৰ।
শোণিতে লেপিত ভৈলা সকলে গাৱৰ ॥ ৩১৮৮৮
গেৰু ধাৰা বহে যেন শোণিতে শুহিত।
হৃদয় ভেদিয়া বাণ বজাইলা পিঠিত ॥
চাৰি বাণে চাৰি ঘোৰা পঠাই যমঘৰ।
সাৰথিৰ মাথা তেবে কাটি তিনি শৰ ॥ ৩১৮৮৯
পুনু সুস্থ হুয়া ৰাজা চক্ৰ লৈলা হাতে।
বৃষকেতু ধাই গৈলা ক্ৰুদ্ধ হুয়া চিত্তে ॥
তাক দেখি বৃষকেতু ক্ৰোধে বাণ সান্ধি।
বাণে অন্ধকাৰ কৈলা সূৰ্য্যে পথ ৰুন্ধী ॥ ৩১৮৯০

পুনু ৰাজা যৌৱনাশ্বে এৰি অগ্নিশৰ।
বৰুণৰ অস্ত্র এৰে সূৰ্য্যৰ কুমাৰ ॥
অগ্নিক নিবাৰি পাচে চলে কৰ্ণসুত।
নৃপতিক লাগি বাণ এৰিলা বহুত ॥ ৩১৮৯১
দেখি পাচে যৌৱনাশ্বে আৰোহিলা ৰথ।
বৃষকেতু লাগি হানে ধৰিয়া পৰ্ব্বত ॥
ঘুৰিয়া বৰুণ বাণ এৰিলন্ত ক্রুদ্ধে।
শিলাবৃষ্টি অন্ধকাৰে ঘুৰিলা আকাশে ॥৩১৮৯২
বৃষকেতু চক্রবাণে পৰ্ব্বত ভেদিল।
সবে ব্যৰ্থ ভৈলা দেখি নৃপতি ক্রোধিল ॥
ব্রহ্ম অস্ত্র বুকে মাৰি ভেদিল ত্বৰিত।
মূৰ্চ্ছা গৈলা বৃষকেতু পৰিলা ভূমিত ॥ ৩১৮৯৩
হেনয় দেখিয়া ভীমে সূৰ্য্য যেন মূৰ্ত্তি।
কি বুলিব শুনি লোক ধৰ্ম্ম যে নৃপতি ॥
কি বুলিব শুনিয়া অৰ্জ্জুন ধনুৰ্দ্ধৰ।
কি বুলিব শুনিয়া মোক দেৱ গদাধৰ ॥৩১৮৯৪
কি বুলিব শুনিয়া দ্রৌপদী পটেশ্বৰী।
কোন মুখে যাইবো মই হস্তিনা নগৰী ॥
প্রাণ ছাৰি যাইবো কুন্তী ইহাক শুনিলে।
কি বুলিবো সহদেৱে শুধিলে নকুলে ॥ ৩১৮৯৫
এহিবুলি ভীমসেনে আতি বৰ ৰোষে।
গদাক ধৰিয়া ভৈলা ৰণত প্রবেশে ॥
গজ মুণ্ড সম দেখি গদা সুশোভিত।
নৰ গজ অশ্ব ৰথ পৰিল ভূমিত ॥ ৩১৮৯৬
বহুতৰ সৈন্য মাৰি পেলাইলেক ৰণে।
সৈন্যসব ফুৰাইলন্ত উৰায়া গগণে ॥
সমৰে পশিয়া বীৰগণ কৈলা অন্ত।
শুকান কানন যেন অগ্নিয়ে দহন্ত ॥ ৩১৮৯৭
মাংসে কৰ্দ্দম ভৈল তেজে বহে নদী।
পৰিল যতেক সেনা নাহি এতাৱধি ॥
অৱশেষ যত ৰৈলা সবে দিলা ভঙ্গ।
নিৰ্ম্মল সমুদ্র যেন ভৈলন্ত তৰঙ্গ ॥ ৩১৮৯৮
তাক দেখি সুবেগে ৰথত মহাশয়।
নৃপতিৰ সুত বীৰ সমৰে দুৰ্জ্জয় ॥
থিয় হৈয়া ভীমক যে ক্রোধ কৰি বোলে।
ভালমতে ভাল যুদ্ধ দিয়া মহাবলে ॥ ৩১৮৯৯
সুবেগ যে মোৰ নাম নৃপতিৰ সুত।
তোৰ মোৰ ৰণ ক্রীড়া কৰিতে উচিত ॥
এহি বুলি ততকালে গদা লৈলা হাতে।
সন্ধানে মাৰিলা কোৰ বৃকোদৰ মাথে ॥ ৩১৯০০
সুশিক্ষিত বৃকোদৰ ৰণত কুশল।
ৰাখিলেক গদাগোট তুলিয়া মুষল ॥
পুনৰপি গদা লৈয়া ক্রোধে আগবাঢ়ি।
সুবেগে মাথায়ে গৈয়া মাৰি গদাবাৰি ॥ ৩১৯০১
অন্যো অন্যে গদাযুদ্ধ কাৰো নাহি ক্ষমা।
নুহি ভূত ভৱিষ্যত নেদেখি উপমা ॥
নাভিৰ অৰ্দ্ধত নাহি গদাৰ প্রহাৰ।
অলক্ষে ফুৰায়ে গদা যেন চক্রাকাৰ ॥ ৩১৯০২
গদা লৈয়া অন্যো অন্যে প্রহাৰ কৰন্ত।
দুয়ো বীৰ সমান বিক্রম নাহি অন্ত ॥
কতোক্ষণে সুবেগ ক্রোধে মহাৰোষে।
অলক্ষিতে গদা উৰাই ভ্রমাইয়া আকাশে ॥৩১৯০৩
পৰিল সুবেগ মহাশয় ধৰণীত।
পুনৰপি উঠিলেক আপুন ৰথত ॥
তেবে বীৰ বৃকোদৰ ক্রুদ্ধ হৈয়া মতি।
গজ মাৰি মাৰিলেক সুবেগক প্রতি ॥ ৩১৯০৪
সেহি গজ সুবেগেও তুলি লৈলা কোপে।
ক্রোধ কৰি পুনৰপি ভীম প্রতি খেপে ॥
ধৰা ধৰি মাৰামাৰি বাজি হাতে হাতে।
বজ্রপাত হোৱে যেন শুনিয়া নিৰ্ঘাতে ॥ ৩১৯০৫
বুকে বুকে ভিৰি ভিৰি নাহি পৰিমিত।
ধূলায়ে ধূসৰ তনু শোনিতে লেপিত ॥
ক্ষণে উঠে ক্ষণে পৰে ক্ষণে দুই ক্রোধে।
ইন্দ্রসম দুইবীৰ মহাকোপ বেশে ॥ ৩১৯০৬
কেৱে কাকো জিনিবে নোৱাৰে দুইবীৰ।
ৰুধিৰে লেপিত হইল দুহান শৰীৰ ॥
সেহিবেলা চেতন পাইলেক বৃষকেতু।
ধাইলা সমৰক প্রতি নৃপতিৰ হেতু ॥ ৩১৯০৭

বজ্ৰ সম তিনি বাণ জুৰি ধনুগুৰ্ণে।
ক্ৰোধ কৰি নৃপতিৰ মধ্য বুকে হানে ॥
হৃদয়ে ফুটিয়া বাণ পিঠি বাজ ভৈলা।
মূৰ্চ্ছা যাই ৰাজা পাছে ভূমিত পৰিলা ॥ ৩১৯০৮
গঙ্গাদাস ভক্তে কহে মোৰ বাক্য শুন।
গোবিন্দত পৰে গতি নাহি নাহি আন ॥
হেনয় কৃষ্ণক বন্দে এৰি আন কাম।
দুৰ্গতি নাশন হৌক বোলা ৰাম ৰাম ॥ ৩১৯০৯

---

বৃষকেতু যৌৱনাশ্বৰ মিত্ৰতা স্থাপন

ছবি

নৃপতি দেখিয়া হত পলাইলা সৈন্য যত
ত্ৰাস পাই মনে বৰ ভীত।
তাক দেখি বৃষকেতু মনে ভাবি দুখহেতু
ধীৰে ধীৰে গৈলা সন্নিহিত ॥
নৃপতিক তুলি আনে কোলে লৈলা তেতিক্ষণে
আপোনাৰ উৰু দিয়া শিৰ।
সুস্থ কৰে কোলে কৰি আপোনাক তিৰস্কাৰী
ধীৰে ধীৰে বহয় শোণিত ॥৩১৯১০
ধিক ধিক ক্ষত্ৰ জাতি নিষ্ঠুৰ চৰিত্ৰ আতি
ধৰ্ম্মবুদ্ধি নাৰহে মনত।
হেন যুদ্ধ দূৰ দেশে তোহোক নকৰি স্নেহে
নিষ্ঠুৰে যে পীড়িলো অঙ্গত ॥
কৃষ্ণ দেৱ স্মৰণত দৃঢ় মন প্ৰসঙ্গত
যত পুণ্য হোৱে উপাৰ্জ্জন।
তাৰ পুণ্য ফলে আজি ৰক্ষা হৌক নৃপমণি
কৰ্ণপিতৃ পুণ্যৰ কাৰণ ॥ ৩১৯১১
চক্ষু মেলি নৰনাথ দেখিলেক একমত
শুতি আছে বৃষকেতু-বীৰ।
মুখ ইন্দু চক্ষু বিন্দু বচনে প্ৰলৰে মধু
সম্বোধিয়া বোলে ধীৰে ধীৰ ॥
শত্ৰু হুয়া মিত্ৰভাৱে পুত্ৰস্নেহে সগৌৰৱে
প্ৰাণ দান দিয়াইলা আমাৰ।
ইজন্মে তোমাৰ গুণ সুজিতে নপাৰি প্ৰাণ
যশ কীৰ্ত্তি যত উপকাৰ ॥ ৩১৯১২
ঘোৰা দিলো লৈয়া চল যত চতুৰঙ্গ দল
সাধু বীৰ পৰিচয় ৰণে।
ধন্য বীৰ কৰ্ণসুত থৈলা কীৰ্ত্তি অদভুত
তোক দেখি শোক লাগে প্ৰাণে ॥
এহি বুলি নৰপতি চলি যাই শীঘ্ৰগতি
যথাত সুবেগ আৰু ভীম।
দেখিলেক দুয়োবীৰ ভূমিত পৰিয়া শিৰ
ৰুধিৰ বহয় নাহি সীম ॥ ৩১৯১৩
ৰাজা বোলে বীৰবৰ বচনেক শুনা মোৰ
যুদ্ধ এৰা বৃকোদৰ সমে।
সমৰ এৰিয়ো বাপ দিলো ঘোৰা এৰ তাপ
সাধু বীৰ কৰ্ণৰ নন্দনে ॥
তেবে বীৰ যৌৱনাশ্ব ৰহিলা ভীমৰ পাশ
ভক্তি কৰি লাগিলা বুলিত।
তুমি বীৰ মূৰ্ত্তিমন্ত যশৰ নাহিকে অন্ত
অপৰাধ ক্ষমা কৰা চিত্ত ॥ ৩১৯১৪
চলা বীৰ নাৰনাথ যথা আছে জগন্নাথ
বিলম্বৰ আছে কোন ফল।
তোমাৰ প্ৰসাদে দেখি ভৰিয়া যুগল আখি
শ্ৰীহৰিৰ চৰণ কমল ॥
লৈয়োক বচন মোৰ শুনা সাধু বীৰবৰ
কালি প্ৰভাততে যাইবো তথা।
পূজা কৰি ভদ্ৰাৱতী হুয়া আনন্দিত মতি
আজি বীৰ ৰহি থাকা এথা ॥৩১৯১৫
এহি বুলি যৌৱনাশ্ব প্ৰবেশিলা পুৰী মাজে
তান পাচে সুবেগ কুমাৰ।
ভীম বৃষকেতু সমে গজ কন্ধে মহাৰামে
মেঘবৰ্ণে লৈয়া অশ্বৱৰ ॥
প্ৰবেশিলা পুৰী মাজে ব্যালিছ বাজন বাজে
যন্ত্ৰ কালি বজাৱে মহৰি।
দিব্য পুৰী ৰত্নময় যেন দেখি সূৰ্য্যোদয়
বিচিত্ৰ পতকা শাৰী শাৰী ॥৩১৯১৬

ভদ্ৰাৱতী ৰাজধানী ভীমসেন আইলা শুনি
পৰম আনন্দ ভৈল মনে ।
অৰ্ঘ জল লৈয়া হাতে ৰাজা ৰাণী সমন্বিতে
আইল সখী সকলৰ সঙ্গে ॥
হেন কালে যুবৰাজে আসিয়া নগৰ মাজে
ৰথ এৰি পুৰী প্ৰবেশিয়া ।
ৰথ এৰি মেঘবৰ্ণ বৃষকেতু মহাজন
এহি তিনি সঙ্গে কৰি লৈয়া ॥৩১৯১৭
অন্তেসপুৰৰ নাৰী বিচিত্ৰ বসন পাৰি
হাতে লৈয়া ধান দূৰ্ব্বাসনে ।
ঘৃতৰ প্ৰদীপ মাথে পুষ্প মালা লৈয়া হাতে
শাৰী শাৰী ৰৈল দ্ৰব্যমানে ॥
বজায়ে ব্যালিছ ধ্বনি জয় জয় শব্দ শুনি
সৰ্ব্বলোকে বোলয় হৰিষে ।
ঘট জল লৈয়া হাতে পূজিলা বিবিধ মতে
অতিথিৰ ভাৱ যেন আসে ॥ ৩১৯১৮
ভোজন কৰিলা পাচে নানা উপহাৰ আছে
সুবৰ্ণৰ থালে লৈয়া অন্ন ।
দধি দুগ্ধ ঘৃত মধু ইক্ষুৰস মধু ইন্দু
তুষ্ট হুয়া তিনি মহাজন ॥
তিনি বঞ্চি সুখ ৰাত্ৰি দিব্য পুৰী ভদ্ৰাৱতী
দিব্য যে বিচিত্ৰ শয্যাতলে ।
নৃত্য গীত বৰ ৰঙ্গ নানা কথাৰস সঙ্গ
ৰজনী বঞ্চিলা কৌতূহলে ॥ ৩১৯১৯
পুণ্য ভাৰতৰ কথা ব্যাসৰ চৰিত্ৰ এথা
শুনিতে আনন্দ সুখ সাৰ ।
কহে স্বস্তিবৰ সুত কলিত সম্প্ৰীতি হৌক
গঙ্গাদাসে ৰচিলা পয়াৰ ॥
শুনিয়ো হৰিৰ কথা নকৰিয়ো জন্মবৃথা
সদায়ে লৈয়োক হৰি নাম ।
এৰিয়োক আল জাল নিকটে আছয় কাল
সঘনে বুলিয়ো ৰাম ৰাম ॥ ৩১৯২০

---

## পদ

### যৌৱনাশ্বৰ সবান্ধৱে ঘোৰা সহ হস্তিনা যাত্ৰা

বৃকোদৰ বৃষকেতু আৰু মেঘবৰ্ণ ।
বসিলা সভাৰ মধ্যে কনক আসন ॥
অনুচৰ আগত আদেশ কৈলা ৰাজা ।
পুৰী মধ্যে জনায়োক সাজ হৌক প্ৰজা ॥৩১৯২১
স্ত্ৰী বাল্য বৃদ্ধ আৰো যত যুবা সব ।
হস্তীনাপুৰক চল দেখিতে কেশৱ ॥
চলিয়ো সকলে লোক নাহিকে কপট ।
নানা বস্তুসব লৈয়ো ভৰিয়া শকট ॥ ৩১৯২২
প্ৰভাৱতী চলোক দ্ৰৌপদী দেখিবাৰে ।
বন্ধুগণ চলোক যে হস্তীনা নগৰে ॥
সভাসদ দেখিবহো ধৰ্ম্ম যে ৰাজন ।
যশ কীৰ্ত্তি লভিবোহো পাপ বিমোচন ॥ ৩১৯২৩
বৃদ্ধে বোলে ই বচন মনে সুহি হয় ।
পুৰী চাৰি হস্তিনাক যাইবে সুযুবায় ॥
কি কৰিবে ভক্তি মোৰ মাতা পিতাজনে ।
দেৱ ধৰ্ম্ম পুণ্যকথা শুনয় শ্ৰৱণে ॥ ৩১৯২৪
সব ধন নষ্ট হুইবে ধান্য আদি কৰি ।
কোন ধৰ্ম্ম সাধিবেক অন্নসব মাৰি ॥
বস্তুসব নষ্ট তেবে ভাল নহে মন ।
সবে বস্তু বিনাশিয়া কৰিব উচ্ছন্ন ॥ ৩১৯২৫
নানা বস্তু সাক্ষাতে দেখিয়ো নৃপবৰ ।
ইসবক উপেক্ষিতে কিবা আছে মোৰ ॥
দধি দুগ্ধ ব্ৰজসব দেখিয়ো সৰ্ব্বথা ।
দাস দাসী পলাইবেক যাইবে যথা তথা ॥ ৩১৯২৬
তুমি পুত্ৰ থাকন্তেয়ো কি কৰিব পুণ্যে ।
আমাৰ ব্যগ্ৰতা নাহি ধৰ্ম্ম দৰশনে ॥
তথা নযাওঁ আমিসব শুনা নৃপবৰ ।
ৰাজ্য এৰি কেনে যাইবো হস্তিনা নগৰ ॥ ৩১৯২৭
এহিসব লোকে দুখ দিবেক প্ৰচুৰ ।
ৰাজা বোলে অনুচৰ বাক্য শুনা মোৰ ॥

মাতৃক তুলিয়া লৈয়ো দোলাক কৰিয়ে।
এহিশুনি অনুচৰে ৰাজাৰ আজ্ঞায়ে ॥ ৩১৯২৮
মহাদৈ যত আছে সবয়ো চলয়।
ৰাজমাতৃ পাচে আহি চলিল দোলায় ॥
তেবে ৰাজা যৌৱনাশ্ব তুষ্ট ভৈলা মতি।
সব সৈন্য লৈয়া চলে আতি শীঘ্ৰগতি ॥ ৩১৯২৯
পুত্ৰ-পৌত্ৰ ভাৰ্য্যাসমে সৈন্য সমুদায়।
দলদোপ কৰে পৃথ্বী হস্তিনাক যাই ॥
গজ-বাজী চতুৰঙ্গ চলয় ত্বৰিতে।
পাঞ্চদিন লাগিলেক হস্তিনা যাইতে ॥ ৩১৯৩০
হস্তিনা নিকট পাইলা সব সৈন্য সমে।
যৌৱনাশ্ব সম্বুধিয়া বোলে ভীমসেনে ॥
বৃষকেতু মেঘবৰ্ণ সঙ্গে লৈয়া তুমি।
ধৰ্ম্মৰ আগত গৈয়া জনাওঁ আপুনি॥ ৩১৯৩১
এহিবুলি ভীমসেন হস্তিনাপুৰীত।
যথা আছে ধৰ্ম্মৰাজ কৃষ্ণৰ সহিত ॥
দণ্ডৱতে পৰি তেবে বসিলেক আগে।
চৰণে বন্দিয়া তেবে কহে মহাভাগে ॥ ৩১৯৩২
তোমাৰ প্ৰসাদে তেবে আইলো তিনিসমে।
ঘোৰাসমে যৌৱনাশ্বে আসিছে আপুনে ॥
পুত্ৰ পৌত্ৰ সমে ৰাজা ভ্ৰাতৃ বন্ধুগণে।
প্ৰভাৱতী আসিছে দ্ৰৌপদী দৰশনে ॥ ৩১৯৩৩
সহস্ৰেক নাৰী লৈয়া হৰিষিত মন।
এহিশুনি নৃপতিৰ হৰ্ষ ভৈলা মন ॥
ভীমসেন সম্বুধিয়া বুলিলা বচন।
মোৰ বাক লৈয়া ভীম চলিয়ো এথন ॥ ৩১৯৩৪
সত্বৰে চলিয়া যায়ো অন্তেসপুৰী যথা।
দ্ৰৌপদীত জনাই দিয়ো ইসবক কথা ॥
ধৰ্ম্মৰ আদেশ পাই চলে বৃকোদৰ।
যথা বসি আছয় দ্ৰৌপদী অভ্যন্তৰ ॥ ৩১৯৩৫
আচম্বিতে সাক্ষাততে ভীমৰায়ক দেখি।
হৰিষে কুশল বাৰ্ত্তা শোধে চন্দ্ৰমুখী ॥
অস্ত্ৰাঘাত দেখি ভীম শৰীৰ সকল।
বৃষকেতু মেঘবৰ্ণ পুছিলা কুশল ॥ ৩১৯৩৬
হাসিয়া বুলিলা ভীমে শুনা প্ৰাণেশ্বৰী।
কুশলে আসিলো সবে কাৰ্য্যসিদ্ধি কৰি ॥
যৌৱনাশ্ব আপুনিয়ে আনিছয় হয়।
পুত্ৰ পৌত্ৰ চতুৰঙ্গে ৰাজা আসিছয় ॥ ৩১৯৩৭
প্ৰভাৱতী কন্যাও আসি আছে দেখিবাৰ।
দশহাজাৰ ৰমণী আসে সঙ্গত কন্যাৰ ॥
দিব্যৰূপ কন্যাসব পৰম সুন্দৰী।
সুচিত্তে থাকিয়ো তুমি আপুনি সুন্দৰী ॥ ৩১৯৩৮
কুৰু জ্ঞাতি-বধূসবে সভা কৰি মিলি।
ধৰ্ম্মৰ আদেশে হেৰা আমি যাওঁ চলি ॥
পুনৰপি দ্ৰৌপদীত শোধে বৃকোদৰ।
কৃষ্ণক নেদেখো কেনে পুৰীৰ ভিতৰ ॥ ৩১৯৩৯
দ্বাৰকাক গৈলা কিবা ঐতে আছে হৰি।
বিস্ময় যে ভৈলো মই কহা শীঘ্ৰ কৰি ॥
কৃষ্ণ নথাকিলে ঐত শুনা চন্দ্ৰমুখী।
ইথন সমাজত অকাৰণ দেখি ॥ ৩১৯৪০
দেৱী বোলে পুৰীমধ্যে আছে নাৰায়ণ।
ভোজন কৰিয়া হৰি কৰিছে শয়ন ॥
বাৰ্ত্তা পায়া ভীমসেন হৰিষ বিশেষ।
সেহিবেলা পুৰীমধ্যে আইলা হৃষীকেশ ॥ ৩১৯৪১
ভীম কৃষ্ণ সমে আইল সব সৈন্য সাজি।
যৌৱনাশ্ব আনিবাক যাই সবে সাজি ॥
বৃষকেতু সৈন্য সমে হৰিষিত চিত্তে।
মেঘবৰ্ণ বীৰ থাকে ঘোৰায়ে সহিতে ॥ ৩১৯৪২
ধৰ্ম্মে দেখি দুৰহন্তে হাসে নৃপমণি।
নানা বাদ্য শব্দ কৰে কম্পয় ধৰণী ॥
সৈন্য দেখি ধৰ্ম্মৰাজা বোলে ৰঙ্গমনে।
সম্ভাষা কৰিয়া ভক্তি কৰে অণুক্ষণে ॥ ৩১৯৪৩
গজ-কুম্ভ হস্তে নামি ধৰ্ম্মৰ নন্দন।
সুবেগৰ হাতে ধৰি দিলা আলিঙ্গন ॥
দণ্ডৱতে যৌৱনাশ্বে কৰি নমস্কাৰ।
আলিঙ্গিয়া ধৰ্ম্মে তেবে বোলে ৰাৰম্বাৰ ॥ ৩১৯৪৪
একত্ৰ কৰিব ৰাজ্য সবে ৰাজাগণ।
অৰ্জ্জুনৰ সখা হৰি দেৱ নাৰায়ণ ॥

প্ৰভাৱতী চলি যাই যথা অন্তেসপুৰী ।
কুন্তীৰ বচনে যাই দ্ৰুপদকুমাৰী ॥ ৩১৯৪৫
ধৰ্ম্মৰ বচন শুনি ৰাজা যৌৱনাশ্বে ।
কৃষ্ণক প্ৰণাম কৰে পৰম হৰিষে ॥
তুষ্ট হুইয়া বোলে ৰাজা প্ৰসন্ন বদন ।
ধন্য অশ্বৱৰ মোৰ পুণ্যৰ কাৰণ ॥ ৩১৯৪৬
বৃষকেতু মেঘবৰ্ণ ভীম সেনাপতি ।
মোৰ ভাগ্যফলে তিনি গৈলা ভদ্ৰাৱতী ॥
ধন্য ধন্য বৃষকেতু কৰ্ণৰ কুমাৰ ।
সংগ্ৰাম সঙ্কটে প্ৰাণ ৰাখিলি আমাৰ ॥ ৩১৯৪৭
ঘোৰা ৰাখিছিলো মই যজ্ঞ কৰিবাৰ ।
যজ্ঞ কৈলে কৃষ্ণপ্ৰীতি বেদে কহে সাৰ ॥
ধন্য ভীমসেন বৃষকেতু মোৰ পুৰী ।
তোমাৰ প্ৰসাদে হৰি দেখো চক্ষু ভৰি ॥ ৩১৯৪৮
কোটি কোটি জন্ম যোগী তপ কৰি মৰে ।
তথাপিতো নাৰায়ণ দেখিবে নপাৰে ॥
বৰ ভাগ্য ভৈল যজ্ঞ আৰম্ভণ কৰ্ম্ম ।
পালিয়া যজ্ঞৰ ঘোৰা কৈলো বৰ ধৰ্ম্ম ॥ ৩১৯৪৯
যজ্ঞ কৰ্ম্ম কৰি সাধো কোন প্ৰয়োজন ।
নয়ন ভৰিয়া মই দেখো নাৰায়ণ ॥
খণ্ডিলা বন্ধন মোৰে দেশ দেশান্তৰ ।
পুত্ৰ পৌত্ৰ উদ্ধাৰ কৰিলা দামোদৰ ॥ ৩১৯৫০
এহি বুলি চৰণত ধৰিয়া নৃপতি ।
কৃপায়ে ধৰিয়া কোল দিলা লক্ষ্মীপতি ॥
কোথা কৃষ্ণ কোথা পাৰ্থ দেৱ চক্ৰপাণি ।
বৈষ্ণৱসকল মধ্যে যাক অগ্ৰগণি ॥ ৩১৯৫১
অনাথৰ নাথ তুমি সংসাৰ কাৰণ ।
তোমাক দেখিলে হোৱে পাপ বিমোচন ॥
তথা প্ৰভাৱতী গৈয়া পুৰীমধ্যে ৰঙ্গে ।
দ্ৰৌপদীক বন্দি আসি কুন্তীক আলিঙ্গে ॥৩১৯৫২
যৌৱনাশ্বে পদসেৱি বোলে ধনঞ্জয় ।
ভক্তি ভাৱে বোলে বীৰ কৰিয়া বিনয় ॥
জানা যুধিষ্ঠিৰ মোৰ ভ্ৰাতৃ পিতৃ যেন ।
তাহান সমান পূজ্য মানো মই তেন ॥ ৩১৯৫৩
অৰ্জ্জুনেও বাক্য শুনি তুষ্ট ভৈলা মন ।
সুবেগ বুলিলা কৃষ্ণ বন্দিয়া চৰণ ॥
সাফল জন্মিলা বীৰ কৰ্ণৰ নন্দন ।
শুনা মহামতি দেৱ আমাৰ বচন ॥ ৩১৯৫৪
বৃষকেতু মহিমাক কহিতে নপাৰি ।
যাহাৰ প্ৰসাদে মই দেখিলো মুৰাৰি ॥
আনন্দ যে হুইয়া কৃষ্ণ তুলিলা সাদৰি ।
হৰি-পাদপদ্ম দুই হৃদয়ত ধৰি ॥ ৩১৯৫৫
সুবেগৰ বচনে আনন্দ ভৈলা হৰি ।
বৃষকেতু সমে কৃষ্ণ গৈলা অন্তেসপুৰী ॥
স্বস্তিবৰ সুত যেন কহে গঙ্গাদাসে ।
সমুদ্ৰে প্ৰৱেশ ভৈলো হৰিত সাহসে ॥ ৩১৯৫৬
মহাভাৰতৰ কথা অমৃত ভাষিত ।
শুনিলেও ধৰ্ম্ম হোৱে পাপ বিমোচিত ॥
হেনয় আনন্দ ভৈলা ৰাজ নৃপবৰ ।
নাৰায়ণে বুলিলেক ধৰ্ম্মৰ গোচৰ ॥ ৩১৯৫৭
চৈত্ৰ মাসগতে ধৰ্ম্ম পূৰ্ণমাসী দিনে ।
যজ্ঞ আৰম্ভণ হোৱে শুনিয়ো ৰাজনে ॥
একাদশ মাস আছে যজ্ঞ আৰম্ভিতে ।
ষড়ঋতু মধুমাস বসন্ত আদিতে ॥ ৩১৯৫৮
এতদিন থাকিবাৰ কৰ্ম্ম নাহি মোৰ ।
তুমি থাকা আমি যাওঁ দ্বাৰকানগৰ ॥
তুমি যজ্ঞ আৰম্ভিলে আসিবো তেখনে ।
যৌৱনাশ্ব সমে ঘোৰা ৰাখিবা যতনে ॥ ৩১৯৫৯
যজ্ঞ আৰম্ভণ কালে মধুমাস সমে ।
আমাক দ্বাৰকা হস্তে আনিবন্ত ভীমে ॥
বুজিয়া কৃষ্ণৰ মন ধৰ্ম্ম নৃপবৰ ।
দুখমন হুইয়া ৰাজা নেদিলা উত্তৰ ॥ ৩১৯৬০
জনে জনে প্ৰবোধিয়া বুলিলন্ত হৰি ।
ৰথে আৰোহিয়া চলে দ্বাৰকা নগৰী ॥
আনন্দিতে যুধিষ্ঠিৰে বন্ধুগণ লৈয়া ।
কতো দুৰ সঙ্গে গৈয়া আগবঢ়াই থৈয়া ॥ ৩১৯৬১
দ্বাৰকা নগৰে যদি গৈল জগন্নাথ ।
সেহিকালে ব্যাস মুনি মিলিলা সভাত ॥

ব্যাস যুধিষ্ঠিৰৰ কথোপকথন্

পাদ্য অৰ্ঘ দিয়া তান বন্দিলা চৰণ।
ব্যাসক সম্মুখি ৰাজা বুলিলা বচন ॥ ৩১৯৬২
কেনমতে যজ্ঞ কৰে মৰুত ৰাজাই।
সেহি কথা শুনিবাক ইচ্ছা মহাশয় ॥
মুনি বোলে কথা ৰাজা শুনা দিয়া চিত্ত।
যেনমতে যজ্ঞ কৈলা নৃপতি মৰুত ॥ ৩১৯৬৩
বৃহস্পতি বৰিলন্ত যজ্ঞকৰ বিধি।
যজ্ঞক অনাইলা গুৰু ইন্দ্ৰত বিৰোধি ॥
কনিষ্ঠ সম্বৰ্ত্ত নামে আছেঁ মহামুনি।
নাৰদ বচনে পুনু তাহাকে আপুনি ॥ ৩১৯৬৪
ইন্দ্ৰ সমে বাদ কৰি যজ্ঞ কৰি লৱে।
স্বৰ্গত গৈলন্ত ৰাজা পুণ্যৰ প্ৰভাৱে ॥
ব্যাসক সম্মুখি ৰাজা বুলিলেক পুনু।
কেনমতে ধৰ্ম্মাধৰ্ম্ম তাক কহা শুনু ॥ ৩১৯৬৫
সৰ্ব্বলোক হিত ধৰ্ম্ম পুণ্য উপাৰ্জ্জন।
কথা মাত্ৰ যেই শুনে পাপ বিমোচন ॥
ভগৱন্ত বিনে লোকে গতি নাহি আৰ।
ভৱসিন্ধু হন্তে হৰি তৰায়ে সংসাৰ ॥ ৩১৯৬৬
ব্যাস মুনি বোলে ৰাজা শুনা দিয়া চিত্ত।
চাৰি জাতি যেন নীতি হোৱয় উচিত ॥
ব্ৰাহ্মণে পঢ়িব শাস্ত্ৰ ধৰ্ম্ম যত জানি।
নকৰিব আন ধৰ্ম্ম লোকে নিন্দা বাণী ॥ ৩১৯৬৭
সুকৰ্ম্ম কৰিলে লোকে ঘোষে ধৰ্ম্ম নীতি।
পৰদুৰ্যশ বঞ্চিব পৰনিন্দা আতি ॥
কামভাৱে পৰদাৰ নকৰিব চিত।
ধৰ্ম্ম জানি মাতৃভাৱে বুলি প্ৰতিনিত ॥ ৩১৯৬৮
ক্ষত্ৰিয়ৰ ধৰ্ম্মযুদ্ধে নহৈবে বিমুখ।
সমৰত প্ৰাণ দিবে সংগ্ৰামে সমুখ ॥
সেহি পুণ্যে মুক্ত হুইয়া যাইবে স্বৰ্গপুৰ।
যশ কীৰ্ত্তি বাঢ়িবেক পাৰ সংসাৰৰ ॥ ৩১৯৬৯
বৈশ্য সত্যবাদী হৈব ভক্তি উপজাইব।
অতিথি পূজিয়া আৰো বাণিজ কৰিব ॥
তেবে তাৰ মোক্ষ হৈব পাপ বিমোচন।
পাইব উত্তম গতি দেৱ নাৰায়ণ ॥ ৩১৯৭০
চাৰি জাতি লোকে সেৱা কৰে একমনে।
ঈশ্বৰ চৰণে সেবা কৰিব যতনে ॥
যি পুনু বিধবা নাৰী কামে মত্ত গতি।
পুৰুষ সঙ্গমে হোৱে নৰকত গতি ॥ ৩১৯৭১
বিধবা যে ভৈলে নাৰী শম্ভুৰ সেৱিব।
তিনি ধৰ্ম্মে ৰত হুইয়া গৃহত বঞ্চিব ॥
শম্ভুৰ শাম্ভুৰী আৰো পূজে যিবা জনে।
তাসম্বাৰ সেৱা তেৱে কৰিব যতনে ॥ ৩১৯৭২
পাইবেক উত্তম গতি জানিব নিশ্চয়।
কৃষ্ণপদে ৰত হুইয়া পৱিত্ৰ হোৱয় ॥
জাতি ধৰ্ম্ম পালিব জাপিয়া নাৰায়ণ।
তাহাঙ্ক একান্ত চিত্তে কৰিব সেৱন ॥ ৩১৯৭৩
বালকে ৰাখয় পিতৃ যৌৱনত পতি।
বৃদ্ধকালে ৰাখে পুত্ৰ নাৰী ভাগ্যৱতী ॥
স্ত্ৰী ভৈলে তীৰ্থযাত্ৰা যাৱে একাকিনী।
ধৰ্ম্ম ৰক্ষা পালে তাক শুনা নৃপমণি ॥ ৩১৯৭৪
সত্যভঙ্গ হৈলে নাৰী দোষ বহুতৰ।
অসতী বুলিয়া তাক ঘোষে সব নৰ ॥
অধো বস্ত্ৰ শৰীৰত মাথাক নাঢাকে।
ভিন জনে দেখি হাসে চাহয় কটাক্ষে ॥ ৩১৯৭৫
হেনয় প্ৰকাৰ নাৰী থাকে যাৰ ঘৰে।
সংসাৰত যত পাপ পাৱে সেহি নৰে ॥
অতিথি আসিলে মন্দ বোলে তাঙ্ক নৰে।
ইসব জ্ঞানৰ নাৰী নৰাখিব ঘৰে ॥ ৩১৯৭৬
মালাকৰ নাপিত যে ৰজক পসাৰী।
কুণ্টনী সাৰথি অনাচাৰী সেহি নাৰী ॥
দুষ্টা হৱে ইসকল কহে সবে কথা।
ইসকল নাৰী জানা পতি বিবৰ্জ্জিতা ॥ ৩১৯৭৭
যেন বেশ্যা তাৰ তুল্য ইসকল নাৰী।
দৰশনে পাপ হোৱে দুৰে পৰিহৰি ॥
বামবুদ্ধি স্ত্ৰীজাতি চিত্ত যে মলিতা।
এহি জানি স্ত্ৰীত গোপ্য নকহিবা কথা ॥ ৩১৯৭৮

ৰাজাই পালিব প্ৰজা পুত্ৰ তুল্য কৰি।
যাৱত নহৱে লোক দুষ্ট ব্যৱহাৰী ॥
প্ৰজাৰ অধৰ্ম্ম হৈলে ৰাজাকেসে পীড়ে।
ৰাজাই অধৰ্ম্ম কৈলে লক্ষ্মী তাৰ ছাড়ে ॥৩১৯৭৯
ধৰ্ম্মৰ বিচাৰ নাহি সুপূজে কেশৱ।
নাৰায়ণ নাহি পূজে পাৱে পৰাভৱ ॥
দেৱ তুল্যমানে যিবা দেৱ আৰাধয়।
হৰি প্ৰিয় হোৱে যদি চণ্ডাল হোৱয় ॥ ৩১৯৮০
স্বস্তিবৰ সুতসেন গঙ্গাদাসে কয়।
ধৰ্ম্ম উপাখ্যান কথা অষ্টম অধ্যায় ॥
কৃষ্ণৰ কীৰ্ত্তন কৰা হৃদি ৰূপ স্মৰি।
পাপৰ প্ৰলয় হৌক বোলা হৰি হৰি ॥ ৩১৯৮১

—০—

পদ

ৰাজা বোলে আৰ কথা শুনা মুনিবৰ।
কেনমতে থাকে লক্ষ্মী মনুষ্যৰ ঘৰ ॥
গোবিন্দৰ প্ৰিয়া লক্ষ্মী যথা তথা থাকে।
হেন দিব্য প্ৰিয় কথা কহা বুজি মোকে ॥৩১৯৮২
ব্যাসে বোলে মোৰ কথা শুনা দিয়া চিত্ত।
কহিবো লক্ষ্মীৰ কথা ধৰ্ম্মৰ চৰিত্ৰ ॥
যাৰ ঘৰে থাকে ৰাজা ভাৰ্য্যা গুণৱতী।
পতি পুত্ৰ সদাচাৰে হোৱে মহামতি ॥ ৩১৯৮৩
স্বামী বোল নলঙ্ঘিব সদা গুৰুভক্ত।
সহায়ে থাকন্ত লক্ষ্মী তাহাৰ গৃহত ॥
শুদ্ধ শৌচ হুইয়া থাকে যিটো নৰজন।
অতিথি ব্ৰাহ্মণ পায়া ভক্তি যাৰ মন ॥ ৩১৯৮৪
পিতৃ মাতৃ জ্যেষ্ঠভ্ৰাতৃ পুত্ৰ পৰিবাৰ।
বান্ধৱ সোদৰ জন বন্ধুজন আৰ।
ইসৱত ভক্তি তেবে থাকে যিজনত।
অচলা হোৱয় লক্ষ্মী তাহাৰ ঘৰত ॥ ৩১৯৮৫
পৰনাৰী পৰবিত্ত সমে নাহি দেখি।
কূট অন্যায়ত গৈয়া দিবে সত্যসাক্ষী ॥
পিতৃ আজ্ঞা নলঙ্ঘিয়া অধৰ্ম্ম নকৰে।
দান কৰি কীৰ্ত্তিলজ্ঞা নকৰে যি নৰে ॥ ৩১৯৮৬
যুৱা হুয়া যুদ্ধ কৰি নকৰে ব্যাখানে।
পৰস্ত্ৰীক দেখি যেন মাতৃ হেন মানে ॥
নীচপথ উচ্চ কৰি চলে যিবা নৰ।
বিষ্ণু মন্দিৰক আৰু ব্ৰাহ্মণৰ ঘৰ ॥ ৩১৯৮৭
কদাচিতো নচাৰয় লক্ষ্মী তাৰ ঘৰ।
সত্য সত্য এহি বাক্য শুনা নৃপবৰ ॥
পাশ পাতি যিবা নৰে জীৱবধ কৰে।
তাৰ সম পাপী নাই সংসাৰ ভিতৰে ॥ ৩১৯৮৮
অসত্য কৰিয়া যেন মিছা ৰটে বাণী।
মদ্য খায়া বিপ্ৰহিংসা মাৰয় ব্ৰাহ্মণী ॥
পৰবিত্ত খাই আৰো পৰে কৰে আশ।
কদাচিতো নযায় লক্ষ্মী হেন জন পাশ ॥ ৩১৯৮৯
গোপ্যকথা ভাঙ্গে যিবা সাধুহিংসা কৰে।
সুৱৰ্ণাদি অষ্টধাতু হৰে যিবা নৰে ॥
কদাচিতো নযায় লক্ষ্মী হেনজন ঘৰে।
ষড়ৰস আদি কৰি হৰে যিবা নৰে ॥ ৩১৯৯০
পুস্তকক নেই যিবা ধান্য কৰে চুৰি।
তৃণ কাষ্ঠ পুষ্প ফল অন্ন আদি কৰি ॥
কহিতে সংশয় বৰ পুণ্যকথা যত।
কাৰ্য্যভাগ চিন্তা ৰাজা যজ্ঞ উপাগত ॥ ৩১৯৯১

শ্ৰীকৃষ্ণক আনিবলৈ ভীমক দ্বাৰকালৈ প্ৰেৰণ,
শ্ৰীকৃষ্ণৰ ভোজন আৰু সত্যভামাৰ পৰিহাস

বিনা কৃষ্ণ নাইলে যজ্ঞ কোন কৰ্ম্ম হয়।
ভীমক পঠায়া দিয়ো ধৰ্ম্ম মহাশয় ॥
তেবে যুধিষ্ঠিৰে বোলে শুনা বৃকোদৰ।
কৃষ্ণক আনিবে চল দ্বাৰকা নগৰ ॥ ৩১৯৯২
পুত্ৰ পৌত্ৰ সঙ্গে যেন আসয় শ্ৰীহৰি।
যশোদা দৈৱকী আনো ৰুক্মিণী সুন্দৰী ॥
এহি শুনি ভীম ভৈলা আনন্দিত মন।
যুধিষ্ঠিৰ প্ৰণামিয়া কৰিলা গমন ॥ ৩১৯৯৩
ৰথে চলি ব্যাঘ্ৰগতি চলিলা তেখন।
মহাবেগে গৈলা ভীম কৰিয়া গমন ॥

পথত নৰৈলা কিছু ভীম বায়ুসুত।
প্ৰবেশ ভৈলন্ত গৈয়া কৃষ্ণৰ পুৰীত ॥ ৩১৯৯৪
কৃষ্ণ ভীমে যেতিক্ষণে ভৈলা দৰশন।
কৃষ্ণৰ কৌতুক তেবে শুনা দিয়া মন ॥
নানা উপহাৰ দ্ৰব্য অনেক ব্যঞ্জন।
দৈৱকী দিয়ন্ত অন্ন ভুঞ্জে নাৰায়ণ ॥ ৩১৯৯৫
ভোজন কৰিবে হৰি বসিছে আসনে।
যশোদায়ে দ্ৰব্য নিয়া দেই বিদ্যমানে ॥
সুবৰ্ণ বণ্টাত তান উপহাৰ মানে।
থালৰ নিকটে নিয়া থৈলা স্থানে স্থানে ॥ ৩১৯৯৬
দুগ্ধৰ পায়স তেবে দিলন্ত থালত।
চন্দ্ৰসম কান্তি কৰে থালৰ মধ্যত ॥
মৃগমাংস আদি কৰি অনেক প্ৰকাৰ।
আদাৰস ইক্ষুমুল আদি কৰি আৰ ॥ ৩১৯৯৭
নৰিকল খৰখণ্ড মধুৰস যত।
মিষ্ট মধু দিলা আনি শৰ্কৰা মিলিত ॥
নানা দ্ৰব্য দিলা আনি তাতেসে মিসালি।
ভৰিয়া ভোজন পাত্ৰ সুবৰ্ণৰ থালী ॥ ৩১৯৯৮
দান্তে ওষ্ঠে মিসলাই খাই নাৰায়ণ।
আম্ৰপৰ্ণৰস আৰো কৰন্ত ভোজন ॥
নানা উপহাৰ দ্ৰব্য অনেক যে খাইলা।
ঝাৰি ভৰি পিয়ে মধু তৃষ্ণায়ে পীড়িলা ॥ ৩১৯৯৯
দধি দুগ্ধ ঘৃত মধু শৰ্কৰা কদলী।
নানা ফলমুল ৰস খায় বনমালী ॥
ভোজন কৰয় হৰি দৈৱকীকুমাৰ।
নানা ৰস মিসলাই খাই একবাৰ ॥ ৩২০০০
সৰ্ব্বৰস খাই তান ঘৰ্ম্ম বৈলা গায়।
ৰুক্মিণীয়ে সত্যভামা চামৰ চলায় ॥
জাম্বৱতী সত্যভামা লক্ষ্মণা আসে কাষে।
নানা অলঙ্কাৰে দ্ৰব্যে শোৰ্ভে সেহি কাষে ॥৩২০০১
চৰণে নূপুৰ বাজে হৃদয়ে কাঞ্চলি।
কেয়ূৰ কঙ্কণ হাৰ কৰে জ্বলমলি ॥
পাৰিজাত পুষ্পমালা গলে আছে ভৰি।
আনন্দে কটাক্ষে চাৱে নিহালে শ্ৰীহৰি ॥ ৩২০০২

চাৰিদিশে নাৰীগণ থিয় হুইয়া আছে।
চামৰক লৈয়া হাতে বিচি আগে পাচে ॥
উপহাস্য কৰি বোলে সত্ৰাজিতসুতা।
ইমত ভোজন দেৱ কৰি আছা কতা ॥ ৩২০০৩
গোৱালৰ বস্ত্ৰ কাঢ়ি খাইলা সিকালত।
দানছলে গোপনাৰী ৰাখিলা পথত ॥
গোপীকাৰ মধ্যে ক্ৰীড়া কৰিয়া কৌতুক।
দুগ্ধ চুৰি কৰি কৰি ৰমিলা গোপীক ॥ ৩২০০৪
পাৱে ধৰি গোপীসবে বৰ প্ৰীতি আশে।
গলে জৰী দিয়া বৎস ফুৰাই আশে পাশে ॥
ধেনুসব ৰাখি ফুৰা ধুলাসব গাৱে।
গোপনাৰী সমে তুমি ক্ৰীড়িলা স্বভাৱে ॥ ৩২০০৫
বিস্তৰ যে খাইলা ঘোল ভাণ্ডভৰি যত।
ঝাৰি ভৰি পিয়া মধু এবে সেহিমত ॥
সেহিবেলা যুধিষ্ঠিৰে বসিয়া সভাত।
ৰাজনীতি ব্যবহাৰ কৰিলেক যত ॥ ৩২০০৬
আমিসব ৰাজকন্যা পদ্মিনী সমান।
কৰিবো তোমাক সেৱা শুনা ভগবান ॥
কৃষ্ণবৰ্ণ তনু তুমি কুৎচিত আকাৰ।
কৰিবো তোমাক সেৱা কি হৈবো আমাৰ ॥৩২০০৭
জন্মে জন্মে হৌক গতি তোমাৰ কিঙ্কৰী।
কৰ্ম্মপাশ জৰীবন্ধ খণ্ডায়ো শ্ৰীহৰি ॥
মহাজন মুখত শুনিছো বেদবাণী।
কৰিবো তোমাৰ সেৱা ভাল হেন জানি ॥ ৩২০০৮
সিকাৰণে সেৱা কৰো মাধৱ মুৰাৰি।
ৰাজকন্যা হুয়া আমি তয়ু সেৱাকাৰী ॥
এহি শুনি দৈৱকী বুলিলা ক্ৰোধ কৰি।
অল্পবুদ্ধি তুমিসব লঘুযে কুমাৰী ॥ ৩২০০৯
ভোগে পুৰন্দৰ যেন ইন্দুজিনি মুখ।
কোনকালে পাইবা মোৰ পুত্ৰহেতু দুখ ॥
বসুদেৱ ঔৰসে উদৰে জন্ম মোৰ।
হেন বাক বোলন্তেও লজ্জা নাহি তোৰ ॥ ৩২০১০
জন্মিয়া উদৰে মোৰ ধৰণীত পৰি।
খণ্ডাইলা বন্ধন মোৰ কৰ্ম্মপাশ জৰী ॥

অনুকূল গতি মোৰ শ্ৰীমধুসূদন।
মাতা পিতা ভাৰ্য্যা বন্ধু সবাৰে জীৱন ॥ ৩২০১১
যশোদাৰ ঘৰে আছিলেক সিকালত।
নানা উপহাৰ বস্তু খাইল যে মনত ॥
এখনে হৈলাহা কৃষ্ণ এখনে প্ৰসন্ন।
এখনে ব্ৰহ্মাণ্ড দেখা যাহাৰ অধীন ॥ ৩২০১২
মোৰ আগে বোলা তাক বচন নিষ্ঠুৰ।
পুত্ৰ নোহে শুনা তোৰা বাপৰ ঠাকুৰ ॥
মুখত পথৰা তোৰা সৰ্ব্বলোকে জানি।
সি কাৰণে মত্ত হুয়া বোল মূঢ়বাণী ॥ ৩২০১৩
এহি শুনি সত্যভামা হাসিয়া বোলয়।
সত্যেসে জননী তুমি কহিলা নিশ্চয় ॥
মুনিজনে প্ৰশংসে জগত গুৰু হৰি।
তাকে তুমি পুত্ৰ বোলা শঙ্কাময় কৰি ॥ ৩২০১৪
সৰ্ব্বলোক জীৱ হৰি দয়াৰ ঠাকুৰ।
কৰ্ম্মপাশ বন্ধন কৰিতে পাৰে দূৰ ॥
উদৰে ধৰিছা তুমি নীৰ ক্ষীৰ দিয়া।
আমিসে হৃদয়ে তাঙ্ক ধৰি আছো মায়া ॥ ৩২০১৫
কৰ্ম্ম যত কৰিতে আছয় জগদীশ।
সত্যভামা বচনত ভৈলন্ত হৰিষ ॥
কথা কহি বসি আছে কৃষ্ণ সমন্বিত।
সেহিকালে ভীমসেন ভৈলা উপস্থিত ॥ ৩২০১৬
ভীম আইলা শুনি কৃষ্ণে পঠাইলা শয়ন্ত্ৰী।
পুৰীমধ্যে আসে তাঙ্ক ৰাখিলা নিৰোধি ॥
মহাভাৰতৰ কথা শুনা কৰ্ণ ভৰি।
দুৰ্গতি খণ্ডোক ডাকি বোলা হৰি হৰি ॥ ৩২০১৭

---

শ্ৰীকৃষ্ণৰ প্ৰতি ভীমৰ উপহাস

পদ

আসনে বসিয়া অন্ন ভুঞ্জে যদুৰায়।
দুই ওষ্ঠে বাদ্য বায়া ভীমক বুজায় ॥
পায়স পিষ্টক লাক খাইলন্ত সকল।
মধুপান শব্দ কৰে উঠে কলকল ॥ ৩২০১৮
শয়ন্ত্ৰী ৰাখিতে ভীম বহি আছে দ্বাৰে।
হাসিয়া বোলয় যেন মেঘে শব্দ কৰে ॥
ডাক দিয়া বোলে ভীমে উপহাস্য কৰি।
ভীমক ৰাখিয়া দ্বাৰে ভুঞ্জয় শ্ৰীহৰি ॥ ৩২০১৯
বিপৰীত কৰ্ম্ম কৰে ভাল নাহি দেখি।
সত্যভামা নাহি ঐত নাহিকে দৈৱকী ॥
মুহি কিবা দ্বাৰকাত দুৰ্ভিক্ষ হুয়াছে।
ভাৰ্য্যা পুত্ৰ সব কিবা খাইলন্ত ৰাক্ষসে ॥ ৩২০২০
হেনয় কুৎচিত কোন দেশ ব্যৱহাৰ।
ভোজন কৰয় অতিথিক ৰাখি দ্বাৰ ॥
মুহি কিবা নাৰীসঙ্গে ভুঞ্জয় শ্ৰীহৰি।
সিকাৰণে নিৰোধিলা যাইতে তান পুৰী ॥ ৩২০২১
কোকোনি শবদ বৰ উঠে মৰমৰি।
মহাশব্দ কৰে যেন শিলাবৃষ্টি কৰি ॥
এখনে নিশব্দ কৈলা কৃষ্ণ পাশৰসে।
বুজিলা মোহোৰ ডাক গলা ঠেলি আসে ॥ ৩২০২২
আতি ছোট গল তযু পৰম সুন্দৰ।
সেহি হেতু গল মধ্যে হেন বৰ সুৰ ॥
তযু মাতৃ দৈৱকীয়ে মন্দ কৰ্ম্ম কৈলা।
কণ্ঠ চেপা কৰি যেন গলক বঢ়াইলা ॥ ৩২০২৩
মোক যদি আজ্ঞা কৰা দেৱ দামোদৰ।
গদা দিয়া বৰ কৰো উদৰ ভিতৰ ॥
ইতিনি ভুৱনে যাৰ শৰীৰ ব্যৱসায়।
গল বৰ চেপা আছে পৰম বিস্ময় ॥ ৩২০২৪
মহাকায় মহোদৰ খাই বহুতৰ।
বান্ধৱ বুলিয়া তুমি কিসৰ আদৰ ॥
দ্বাৰত বসিয়া আছো আশা কৰি মনে।
ভোজন কৰিয়া পাচে বসে নাৰায়ণে ॥ ৩২০২৫
একলে আসিছো আমি আজ্ঞায়ে ৰাজাৰ।
নাহিকে দ্বিতীয়জন সঙ্গতি আমাৰ ॥
কুন্তীসে জানয় মোৰ দুখৰ কাৰণ।
পুত্ৰস্নেহ কৰি মোক কৰাবে ভোজন ॥ ৩২০২৬
যদি উপবাসে মোক পঠাবে গোপাল।
কুন্তীয়ে শুনিয়া তাঙ্ক সুবুলিব ভাল ॥

ভোজন কৰিলা তুমি বজ্রে বান্ধি হিয়া।
সুভদ্রা ভৰ্চ্চিব হৰি ৰাক্ষস বুলিয়া ॥ ৩২০২৭
এহি শুনি জগন্নাথে হাসে খলখলি।
ভীম প্রতি বচন বোলয় বনমালী ॥
বাৰ্ত্তা কহ কুশলে আসিলা বৃকোদৰ।
সেহি কালে হৰি আছে পুৰী অভ্যন্তৰ ॥ ৩২০২৮
বিলম্ব নকৰা শুনা আমাৰ বচন।
আমাৰ সহিতে আসি কৰিয়ো ভোজন ॥
ভীমে গৈয়া বোলে থাকা বসি আসনত।
সকলে কৰিলা শেষ কি খাইবো গৰ্ত্তত ॥ ৩২০২৯
সপ্তসিন্ধু সাগৰ হাজাৰ পেটে বসে।
কিবা লক্ষ্মী উপহাৰ দ্রব্য ৰাখি আছে ॥
তোমাৰ তৃপিতি ভৈল কৰিয়া ভোজন।
ক্ষুধা নাহি আমাৰ সন্তোষ ভৈল মন ॥ ৩২০৩০
কৃষ্ণে বোলে ভীমসেন কহিলা নিশ্চিত।
ধনঞ্জয় পৰে আৰ নাহিকে ব্যথিত ॥
কিবা ভাৰ্য্যা কিবা পুত্র কিবা বন্ধুজন।
পাৰ্থ বিনা কিবা মোৰ নাহিকে জীৱন ॥ ৩২০৩১
শুভ বুলি বৃকোদৰ অভ্যন্তৰে গৈল।
মাথে ধৰি ভীমসেন বৈসালন্ত থাল ॥
ভোজন কৰিয়া ভীমে বসুদেৱসুতে।
আচমন কৰি দুয়ো বসি আসনতে ॥ ৩২০৩২
গন্ধ চন্দনক পিন্ধি কৰ্পূৰ ভক্ষণ।
বিচিত্র পুষ্পৰ মালা কৰিলা ভূষণ ॥
তুষ্ট হুইয়া বসিলেক কৃষ্ণ বৃকোদৰ।
কৃষ্ণে বোলে কহ ভীম কুশল ধৰ্ম্মৰ ॥ ৩২০৩৩

### যুধিষ্ঠিৰৰ যজ্ঞৰ নিমন্ত্রণ পাই শ্রীকৃষ্ণৰ হস্তিনাপুৰ গমনৰ আয়োজন

ভীমে বোলে ধৰ্ম্মৰাজা পঠাইছে আমাক।
যজ্ঞৰ কাৰণে নিবা পঠাইছে তোমাক ॥
দৈৱকী যশোদা আৰু যত ভাৰ্য্যাগণ।
পুত্র পৌত্র যজ্ঞ লাগি যাইবা নাৰায়ণ ॥ ৩২০৩৪
এহি শুনি তুষ্ট হুইয়া বোলে নাৰায়ণ।
কৃতব্ৰহ্মা আদি কৰি যত সেনাগণ ॥
কৃষ্ণে বোলে কৃতব্রহ্মা বাক শুন মোৰ।
সত্বৰে জানোৱা গৈয়া দ্বাৰকা নগৰ ॥ ৩২০৩৫
যায়োক সকলে লোক হস্তিনা নগৰে।
যুধিষ্ঠিৰ নিমন্ত্রণে যজ্ঞ চাহিবাৰে ॥
ৰুক্মিণী দৈৱকী আৰু যশোদা জননী।
ৰুক্মিণী প্ৰভৃতি আৰু যতেক ৰমণী ॥ ৩২০৩৬
প্রদ্যুম্ন প্রভৃতি যাইবো যতেক যাদৱ।
ব্রাহ্মণ প্ৰভৃতি কৰি নট ভাট সব ॥
উগ্রসেন বসুদেৱ বলভদ্র ভাই।
এহি তিনিজনে ৰাজ্য ৰাখিব উপায় ॥ ৩২০৩৭
যুধিষ্ঠিৰ নৰপতি কাৰ্য্য বহুতৰে।
আমাৰ অনেক ব্যগ্র পাঞ্চ পাণ্ডৱে ॥
অনেক প্ৰৱন্ধে প্ৰভু মাতিছে ৰাজায়।
ইসে হেতু নাহি মোৰ কৌতুক উৎসৱ ॥ ৩২০৩৮
তেবে কৃতব্রহ্মা যে কৃষ্ণৰ আজ্ঞা পায়া।
বজাইলা দুন্দুভি বাদ্য নগৰক গৈয়া ॥
কৃষ্ণৰ আদেশ পায়া সবে বীৰ লৰে।
গজ বাজী চতুৰঙ্গ সৈন্যসব ঘোৰে ॥ ৩২০৩৯
প্ৰথমে ব্ৰাহ্মণ লৰে বৰ্ণ অষ্টগুৰু।
সৰ্ব্ব-শাস্ত্র বিশাৰদ ধৰ্ম্ম সমাচাৰু ॥
দৈৱজ্ঞ ব্ৰাহ্মণ লৰে চাৰি বেদ পাৰ।
পুত্র পৌত্র সবে লৰে বহু পৰিৱাৰ ॥ ৩২০৪০
চলিলা সকলে লোক দ্বাৰকাত বৈসে।
পৰম হৰিষে লৰে নাৰীয়ে পুৰুষে ॥
চলিলেক সৰ্ব্বলোক যাৰ যেই নীতি।
অসংখ্য অৰ্ব্বুদ লোক চলিলা ত্বৰিতি ॥ ৩২০৪১
চলিলেক যদুবংশ যত বীৰগণ।
প্রদ্যুম্নক আদি কৰি কৃষ্ণৰ নন্দন ॥
সৰ্ব্বলোক সাজি বাজ ভৈলা নগৰৰ।
গগণ ঢাকিয়া ধূলি দেখি অন্ধকাৰ ॥ ৩২০৪২
দিব্যৰথে চৰি কেহো যাই বাদ্য পছে।
কেহো গজে কেহো অশ্বে কেহো দিব্যৰথে ॥

নানান বাহনে চলিলেক প্ৰজাগণ।
পৰম আনন্দে চলে বায়ুৰ নন্দন ॥ ৩২০৪৩
গন্ধৰ্ব্বক দেখি যেন ৰণে ভয় আসে।
চলিলা সকলে লোক মনত উৎসাসে ॥
বৃষভৰ পৰিলেক বাগৰি ভূমিত।
সৰ্ব্বলোকে বেড়িয়া হাসয় চাৰিভিত ॥ ৩২০৪৪
বৃষভৰ স্কন্ধৰ হস্তে পৰিল ভূমিত।
পুণ্যহীন জন যেন নৰকে পতিত ॥
এহিসব প্ৰসঙ্গ কৰন্ত সবে বেড়ি।
শুনিয়া সত্বৰে তেবে উঠে ধূলা জাৰি ॥ ৩২০৪৫
ধাই গৈয়া বৃষস্কন্ধে উঠিলেক পুনু।
সৰ্ব্বলোকে সম্বুধিয়া বুলিলেক পুনু ॥
বৃষৰ উপৰে উঠি কৃষ্ণ নাম ঘোষে।
নজানিয়া মূঢ়লোকে ব্যৰ্থে মোক হাসে ॥ ৩২০৪৬
সৰ্ব্বপাপ নাশ হোৱে স্মৰিলে কেশৱ।
পতিত পাৱন হৰি শ্ৰীকৃষ্ণ মাধৱ ॥
তেবে ৰামনাম জপি চৰিয়া তুৰঙ্গে।
আগে যাই কৃষ্ণদেৱ নাৰীগণ সঙ্গে ॥ ৩২০৪৭
মধ্যাহ্ন কালত তেবে সৰ্ব্বলোকে যুৰি।
হাসিযা চলিয়া যাই হস্তিনা নগৰী ॥
যথা ধৰ্ম্মৰাজা তৈক যাহন্ত সত্বৰে।
ভীমসেন সমে তেবে পুত্ৰ পৰিবাৰে ॥ ৩২০৪৮
স্বস্তিবৰ সুতসেন গঙ্গাদাসে কয়।
কৃষ্ণৰ গমন কথা দশম অধ্যায় ॥
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সৰ্ব্বলোক।
বোলা ৰাম ৰাম সবে দুৰ্গতি খণ্ডোক ॥ ৩২০৪৯

---

ভীম আৰু শ্ৰীকৃষ্ণৰ পৰস্পৰৰ উপহাস্য বাণী
আৰু বসুদেৱৰ ওচৰত শ্ৰীকৃষ্ণৰ মেলানি

পদ

পৰিহাস্য কৰি ভীম কৃষ্ণক বোলয়।
সৰ্ব্বলোক আলাপৰ তুমি প্ৰীতি হয় ॥
নাপিতী সন্তৰী আৰু তেলিনী মালিনী।
স্বামীত অধিক কৰি তোমাত ভাবিনী ॥ ৩২০৫০
ভীমৰ বচন শুনি বোলে চক্ৰপাণি।
ই কৰ্ম্মত ভাল তুমি প্ৰিয় হেন জানি ॥
কৃষ্ণ বোলে সন্তৰী বচন শুন মোৰ।
বৃকোদৰ ভীমসেন তাকে গৈয়া বৰ ॥ ৩২০৫১
তোৰ স্বামী যোগ্য এই বৃকোদৰ বটে।
জনম সাফল হেতু হেন স্বামী ঘটে ॥
কৃষ্ণৰ বচনে গৈলা ভীমৰ সাক্ষাতে।
ক্ৰোধ কৰি ধাই বীৰে গদা লৈলা হাতে ॥ ৩২০৫২
কিবা যদি আশা থাকে যাৱা কৃষ্ণপাশ।
গদাৰ প্ৰহাৰে আজি কৰিবো বিনাশ ॥
মোৰ ঘৰে নাৰী আছে হিড়িম্বী ৰাক্ষসী।
সমুখত পাইলে নাৰী খাইব যে বিভুক্ষী ॥ ৩২০৫৩
উপদেশ কহো শুনা তোমাৰা বৰ্ব্বৰ।
ত্ৰিভুৱনপতি কৃষ্ণ বৰিয়ো সত্বৰ ॥
ত্ৰৈলোক্যৰ পতি কৃষ্ণ দেৱ গদাধৰ।
থাকিবি পৰম সুখে তাঙ্ক গৈয়া বৰ ॥ ৩২০৫৪
সতিনী বহুত পাইবি হিংসা বিবৰ্জ্জিত।
ক্ৰীড়াসুখ বৰলাভ কৃষ্ণৰ সহিত ॥
ৰুক্মিণী যে সত্যভামা আন যত নাৰী।
সমান সদৃশ হুইয়া থাকিবি সুন্দৰী ॥ ৩২০৫৫
ভীমৰ বচন শুনি হাসি নাৰায়ণে।
সাধু সাধু বীৰ তুমি পাণ্ডুৰ নন্দনে ॥
অমৃতৰ ধাৰা যেন পৃথিবীত পৰে।
সন্তোষ যে ভৈলো মই তোমাৰ মধুৰে ॥ ৩২০৫৬
এহি কথা কহন্ত যে কৃষ্ণৰ সহিতে।
ৰথ হন্তে স্বস্তিকা যে পৰিল ভূমিতে ॥
উচ্চৈস্বৰে ডাকি বোলে নাৰায়ণ প্ৰতি।
দৈৱকীনন্দন হৰি কৰা অব্যাহতি ॥ ৩২০৫৭
বসুদেৱ প্ৰভৃতি যাদৱগণ যত।
কৰিবে স্বস্তিকা কৰ্ম্ম বুদ্ধি বিবৰ্জ্জিত ॥
আপুনি জন্মিলা তুমি দৈৱকী উদৰে।
তোমাৰ নিৰ্ণয় বুদ্ধি জানে কোন নৰে ॥ ৩২০৫৮
আশাময় পৰিত্ৰাণ কৰাহা আমাৰ।
কৃষ্ণ বোলে ভীম তুমি শুনাহা উত্তৰ ॥

বসুদেৱে বোলে পাচে দেখি হেন জানি ।
আথেবেথে স্বতিকাক ৰথে তুলি আনি ॥ ৩২০৫৯
ভীমে কৃষ্ণে বসুদেৱ নমস্কাৰ কৰি ।
মাথা দোৱাই ৰহিলেক কৃতাঞ্জলি কৰি ॥
যুধিষ্ঠিৰ নৰপতি যজ্ঞ কৰিবাক ।
ভীমসেনে আসি আছে আমাক নিবাক ॥ ৩২০৬০
হেন হেতু দৈৱকীয়ে লৈয়া যাই ৰঙ্গে ।
ধৰ্ম্মৰ আজ্ঞায়ে যথা যজ্ঞৰ প্ৰসঙ্গে ॥
উগ্ৰসেনে বলে লৈয়া থাকে দ্বাৰপুৰী ।
যাৱত নাসউ আমি যজ্ঞ সাঙ্গ কৰি ॥ ৩২০৬১
কৃষ্ণৰ বচন শুনি বসুদেৱে বোলে ।
হৃদয় দুখিত হৈয়া মহা শোকাকুলে ॥
চল চল জগন্নাথ হস্তিনা নগৰে ।
তুমি পৰিত্যাগ কৰা যায়োক সত্বৰে ॥ ৩২০৬২
দৈৱকী জননী তুমি যায়ো হস্তিনাক ।
প্ৰযত্ন কৰিয়া তেবে নিয়ো দৈৱকীক ॥
ধন্য দৈৱকী দেৱী সতী মহাভাগী ।
আমি ভাগ্যহীন জাত কৃষ্ণে যাই ত্যাগী ॥৩২০৬৩
শীঘ্ৰে আসিবাহা পুনু দূৰ নকৰিবা ।
কিন্তু বচনেক বোলো শুনা মহামায়া ॥
শিষ্টগণ সঙ্গে লৈয়ো সত্যবাদী জাতি ।
অশিষ্ট নেনিবা সঙ্গে যাৰ ক্ৰুদ্ধমতি ॥ ৩২০৬৪
ধনৱন্ত জন নিবা যত দ্বিজগণ ।
বেদ-পাঠ নিবা যত শাস্ত্ৰ যে পুৰাণ ॥
সত্যবাদী শিষ্টজন ধৰ্ম্মপৰায়ণ ।
তাহাঙ্ক সঙ্গত কৰি নিবা যজ্ঞথান ॥ ৩২০৬৫
বসুদেৱ বচন শুনিলা যত যত ।
প্ৰদক্ষিণে বন্দিয়া বুলিলা জগন্নাথ ॥
তুমিসে কহিছা যত বৰ হিত কথা ।
পালিবো বচন মই নাহিকে অন্যথা ॥ ৩২০৬৬
দুষ্টজন ত্যাগি হৰি নিবা শিষ্ট জন ।
যাইবোহো হস্তিনাপুৰী ধৰ্ম্ম দৰশন ॥
এহি শুনি বিস্ময় ভৈলন্ত বৃকোদৰ ।
নাৰায়ণ সম্বুধিয়া দিলন্ত উত্তৰ ॥ ৩২০৬৭

বসুদেৱসুত তুমি বুলিলা বচন ।
দুষ্টজন ত্যাগিয়া নিবাহা শিষ্টজন ॥
সাধুজন নিবা যেন দুষ্ট পৰিহৰি ।
তোমাৰ চিত্তক যেন বুজিতে নপাৰি ॥ ৩২০৬৮
তোমাৰ স্ৰজন সৃষ্টি তুমি উপসাম ।
সমস্তৰে জীৱ তুমি সবাতে সমান ॥
তুমি যেহি বুদ্ধি দিয়া সেহি মোৰ মতি ।
এনে কৰ্ম্ম কৰিবাৰ কাৰ আছে শক্তি ॥ ৩২০৬৯
উত্তম অধম যেন তাৰ হৃদি পশে ।
সকলে ব্যাপিয়া আছা কহিয়াছে ব্যাসে ॥
সাধুৰ জ্ঞানতাধীনে উত্তমে হোৱে গুণ ।
তুমি যাৰ অনুকূল কিবা পাপ পুণ্য ॥ ৩২০৭০
বসুদেৱে বোলে ভাল বুলি আছে ভীমে ।
জ্ঞানাধীন যতলোক যাউক তুমি সমে ॥
পুৰী মধ্যে যায়ো তুমি বলোৰাম সঙ্গে ।
প্ৰাণত্যাগ কৰো আমি তোমাৰ প্ৰসঙ্গে ॥ ৩২০৭১
তোমাৰ বিয়োগ দুখ নসহে পৰাণে ।
সৰ্ব্বকাৰ্য্য সিদ্ধি হোৱে তুমি দৰশনে ॥
দশৰথে শ্ৰীৰামক পঠাইলেক বনে ।
ত্যজিয়া গৈলন্ত ৰাম পিতৃগত প্ৰাণে ॥ ৩২০৭২
মুনিপুত্ৰ মাৰি ৰাজা মুনিশাপ পাইল ।
জনক জননী সবে পাপমুক্ত ভৈল ॥
সেহিমতে ঘোৰ দুখ-সাগৰত মজি ।
ত্যজিবো শৰীৰ আমি তযু শোকে মজি ॥৩২০৭৩
ভাগ্যৱতী দৈৱকীয়ে সঙ্গতি কৰিয়া ।
গলত ধৰিয়া বোলে নেদিম এৰিয়া ॥
ৰহিলেক বসুদেৱে কৃষ্ণৰ প্ৰবোধে ।
মৃতকল্প প্ৰায় হুয়া দুখ ভাবি হৃদে ॥ ৩২০৭৪

### শ্ৰীকৃষ্ণৰ হস্তিনা যাত্ৰা

যত দূৰ যাৱে কৃষ্ণ চাৱে এক দিশি ।
ৰহি আছে বসুদেৱ নমাৰে নিমিষি ॥
দূৰ গৈল কৃষ্ণদেৱ আখি নেদেখয় ।
কান্দিয়া কান্দিয়া পাচে গৈলা মহাশয় ॥ ৩২০৭৫

জৈমিনী বোলয় কথা শুনাহা ৰাজন।
বসুদেৱ দুখ কথা নযায় কথন ॥
তথা সৈন্য চলি যায় কৃষ্ণ সমন্বিতে।
স্ত্রী-পুত্র চলি যায় গজ বাজী ৰথে ॥ ৩২০৭৬
কতোদূৰ পথ গৈয়া দেখিলা দামোদৰ।
বিদ্যমানে অৱস্থানে দেখি বাৰম্বাৰ ॥
হংস চক্রবাকসব দেখি সুশোভিত।
নানা বৰ্ণে সুশোভিত গন্ধে আমোদিত ॥ ৩২০৭৭
পদ্মপুষ্পসব ফুটি আছে সৰোবৰে।
কুঞ্জৰে মৃণাল খায় হংসে কেলি কৰে ॥
বিকশিত পদ্মে পৰি গুঞ্জৰে ভ্রমৰে।
ৰুক্মিণীক প্রবোধিয়া বোলে দামোদৰে ॥ ৩২০৭৮
দেখা প্রিয়া কুটনীৰ কেনে ব্যৱহাৰ।
স্বামী থৈয়া আগতে পদ্মিনী কৰে জাৰ *॥ উপপতি
গজে উপভোগ কৰে শুণ্ডসব চালি।
নখে খণ্ড খণ্ড কৰি হংসে কৰে কেলি ॥ ৩২০৭৯
বামবুদ্ধি স্ত্রীজাতি চঞ্চলতা মন।
নিজ স্বামী এৰি ক্রীড়া কৰে ভিন্ন ভিন্ন ॥
ক্রীড়া কৰে কলভৃঙ্গী দেখিয়া কুনয়।
কলা বৰ্ণ দেখি আৰ সূৰ্য্য পাইলা ভয় ॥ ৩২০৮০
এতেকে বুজিতে নাৰি স্ত্রীজাতিৰ মতি।
অকাৰণে বোলয় পদ্মিনীসব সতী ॥
বাসুদেৱ বাক্য শুনি প্রসন্ন বদনে।
হাসিয়া ৰুক্মিণী তেবে বুলিলা বচনে ॥ ৩২০৮১
ত্রৈলোক্যৰ নাথ সূৰ্য্য হৰি যাৰ ভৰ্ত্তা।
মই জানো জগতে পদ্মিনী পতিব্রতা ॥
কুঞ্জৰে সমান গতি হোৱে তান সম।
পদ্মিনীত লৈয়া ভৃঙ্গী জানে সৰ্ব্বকাম ॥ ৩২০৮২
মাতৃ কোলে বসি পুত্রে কৰে স্তনপান।
বাপে কি বুলিব তাকে দেখি বিদ্যমান ॥
যি পুনু পুৰুষ জাতি এৰে সতী জাৰ।
দ্বিপতি কদাচিতো প্রত্যয় নাহি তাৰ ॥ ৩২০৮৩
মনত ভাবিয়া চাহা শ্ৰীহৰি গোপাল।
এহি কৰ্ম্ম পদ্মিনীয়ে কৰি আছে ভাল ॥
স্বামী দূৰে গৈলে হোৱে মন চঞ্চলতা।
নাৰীৰ উচিত যিটো হোৱে পৰিব্রতা ॥ ৩২০৮৪
নাৰীক ত্যজিয়া স্বামী যাই আন ভীতা।
তাৰ হেন বুদ্ধি হৱে মলিনতা চিত ॥
ৰাত্রি বিৰহিনী নাৰী পুত্র লৈয়া কোলে।
সেহি দোষে নিদ্রা যাই বৰ শোকাকুলে ॥ ৩২০৮৫
পদ্মিনী হৃদয়ে অগ্নি নষ্ট কোৰে পদ্ম।
কৰ্ম্মৰ অযুক্তা দেৱতাত লাগে বন্ধ ॥
পদ্মিনী উত্তম গতি পতিধৰ্ম্ম কৰে।
সঙ্কটৰ প্রভৃতি যত দেৱে যাক ধৰে ॥ ৩২০৮৬
হৰে আলিঙ্গিলা গঙ্গা শিৰে জটা বলে।
হৰিৰ চৰণ ধূলা পখালিয়া তোলে ॥
সেহি ধূলা পদজলে জন্মিছে পদ্মিনী।
কনমতে দুষ্টা পদ্মা তাৰ তত্ত্ব শুনি ॥ ৩২০৮৭
বাৰে বাৰে পদ্মিনী যে চাহে মোৰ মন।
তুমি পৰে মোৰ গতি নাহি নাৰায়ণ ॥
অহৰ্নিশে তুৱা পাৰে কৰো আমি সেৱ।
সকলে ব্যাপিত তুমি ভিন্ন নাহি কেৱ ॥ ৩২০৮৮
ৰুক্মিণীৰ বাক্য শুনি কৃষ্ণ হৰষিত।
অশ্বপৃষ্ঠ হন্তে হৰি নামিলা ভূমিত ॥
তেৱে কৃতবৰ্ম্মায়ে দুন্দুভি দিলা বাৰি।
বাস কৰি ৰহিলা সকলে সৈন্যে বেঢ়ি ॥ ৩২০৮৯
সূৰ্য্যৰ উদয় ভৈল প্রসন্ন বিহান।
চলিলা হস্তিনাপুৰী ধৰ্ম্মৰাজ স্থান ॥
গোকুলৰ মধ্যে সবে যাই সেই পথে।
শুনিয়া চাহিবে আইল ব্রজগণ গতে ॥ ৩২০৯০
নন্দঘোষ যশোদা যে হোৱয় ব্যথিত।
এহিসব শিশু লৈয়া চাহন্ত নিশ্চিত ॥
ভ্রমৰে ভূষিত হাৰ শিঙ্গা লৈয়া হাতে।
মাথাতে চন্দন বাটি নটী নট তাতে ॥ ৩২০৯১
নানা বাদ্য মঙ্গল যে কৰয় মঙ্গল।
সত্বৰে গৈলন্ত ধাই গোৱালসকল ॥
দধি দুগ্ধ ঘৃত আনি দিলন্ত আগত।
এতেক সম্পদ কৃষ্ণ আমি পাইলো কৈত ॥৩২০৯২

গজ বাজী কৈত পাইলো কৌস্তুভ যে মণি।
স্ত্রী-পুত্র কোথা পাইলো এতেক বাহিনী॥
আৰো একজন বোলে বুজিলো নিশ্চয়।
ব্রাহ্মণে মাৰিলে লাথি ইহাৰ হৃদয়॥ ৩২০৯৩
পূর্ব্বৰ বৃত্তান্ত কথা আমি কহো দৃঢ়।
সেহি দিনা হন্তে কৃষ্ণ সম্পদ ভৈলা বৰ॥
আৰো একজনে বোলে লক্ষ্মী যে চঞ্চল।
যাৰ যেন অনুৰূপ কৰয় কমল॥ ৩২০৯৪
আৰো একজনে বোলে কৃষ্ণসে ভণ্ডাৰী।
বিস্তৰ গোৱাল বস্তু খায় কাঢ়ি কাঢ়ি॥
গোকুলে আছয় সব পুত্র পৰিৱাৰ।
তোমাৰ প্রসাদে কৃষ্ণ গোকুল নগৰ॥ ৩২০৯৫
এহিসে আমাৰ দুখ শুনা মহাশয়।
গোকুলে ৰহিবে নৰি সমুদ্রেক ভয়॥
যাৰ যিবা গৃহ আছে কৰ্ম্ম যিবা নৰি।
সেহিমতে ধাই গৈলা কৃষ্ণ অনুসৰি॥ ৩২০৯৬
দধি দুগ্ধ লৱনীকে লৈয়া উপহাৰ।
বিচিত্র বসন পিন্ধি নানা অলঙ্কাৰ॥
সবে গোপী স্নান কৰি ভৈলা শুদ্ধসাৰ।
তেবে চলি যাই সবে কৃষ্ণ দেখিবাৰ॥ ৩২০৯৭
গোপী বোলে তুমিসবে মিছা পৰিকাৰ্য্য।
এহিজলে সৰ্ব্বঅঙ্গে নাই কিছু লাজ॥
হৰ বিৰঞ্চিয়ে উদ্দেশন পাই ভাৱি।
যাৰ পদ-যুগে অসংখ্যাত যুগ সেৱি॥ ৩২০৯৮
হেন পদ বিৰোধিয়া মজয় গহনে।
তেবেসে জানিবা শঙ্কা লৱয় মোৰ মনে॥
হেনমতে গোপীসব মনে আলাপিয়া।
কৃষ্ণৰ যে সমীপ সত্বৰে লাগ লৈয়া॥ ৩২০৯৯
প্রণাম কৰিয়া গোপী কৃষ্ণৰ চৰণে।
দিব্যমালা হাতে লৈয়া পুণ্যৰ কাৰণে॥
সাগৰ যে ত্রিভুবন পৰ্ব্বত গৰ্ভৰ।
মায়া কৰি খাইলা তুমি উদৰ ভিতৰ॥ ৩২১০০
সেহিমতে আজি তুমি লৱণী ভাণ্ড খাই।
যেনমতে দেখা যাই সিমতে দেখায়॥

এহি শুনি হাসি বোলে প্রভু নাৰায়ণ।
প্রবোধিয়া বোলে গোপী মধুৰ বচন॥ ৩২১০১
জৈমিনী বোলয় কথা শুনা দিয়া চিত্ত।
মহাভাৰতৰ কথা পৰম অমৃত॥
তেবে কৃষ্ণ মহাবুদ্ধি দৈৱকী তনয়।
কালিন্দীৰ তীৰে গৈয়া সৈন্য সমুচ্চয়॥ ৩২১০২
সৈন্য লৈয়া তথাতে বসিলা নাৰায়ণ।
জনে জনে সম্বুধিয়া মধুৰ বচন॥
দৈৱকী প্রভৃতি যত নাৰীগণ লৈয়া।
কুন্তীক কৰিবা ভক্তি সৰ্ব্বজনে গৈয়া॥ ৩২১০৩
আমাৰ সাক্ষাতে পিতামহৰ নন্দিনী।
বসুদেৱ সহোদৰী ধৰ্ম্মৰ জননী॥
অৰুন্ধতী অনুসূয়া মুনিৰ বনিতা।
সেৱিবা তাহাঙ্ক জানা পৰম দেৱতা॥ ৩২১০৪
প্রদ্যুম্ন প্রভৃতি জানা মোহোৰ বচন।
মন দিয়া শুনা কহো যত বীৰগণ॥
হস্তিনা নগৰে যাইবা ধৰ্ম্মৰ পুৰক।
আসি আছে বহু সৈন্য যজ্ঞ উৎসৱক॥ ৩২১০৫
তাসম্বাক পূজা কৰি পালিবাহা সৰ্ব্ব।
অৰ্জ্জুনক দেখি তেবে নকৰিবা গৰ্ব্ব॥
মহাবীৰ যদি হয় তেজে বীৰ্য্যে পূৰ।
অৰ্জ্জুনক দেখি সৰ্ব্ব গৰ্ব্ব হোৱে চুৰ॥ ৩২১০৬
যুধিষ্ঠিৰ ৰাজাক কৰিবা নমস্কাৰ।
প্রণাম কৰিয়া ভক্তি কৰিবা তাহাৰ॥
ৰুক্মিণী সহিতে শুনা যতেক অঙ্গনা।
সত্যভামা জাম্বৱতী আৰো যে লক্ষ্মণা॥ ৩২১০৭
দ্রৌপদীৰ চৰণ সেৱিবা প্রিয় বুলি।
তোমাসাৰ মান্যন্তৰ হোৱয় পাঞ্চালী॥
অযুত সহস্র নাৰী দেখিবা প্রত্যেক।
দ্বীপ হন্তে যজ্ঞ কৰে আসিব যতেক॥ ৩২১০৮
আমি যাইবো সৈন্য সমে জ্যেষ্ঠ ধৰ্ম্মৰায়।
তুমিসব পাচে যাইবা আমি আগে যায়॥
সৈন্যসব পাচে যাই মধ্যে জগন্নাথ।
অশ্বপৃষ্ঠে আৰোহিয়া যায় হস্তিনাক॥ ৩২১০৯

স্বস্তিবৰ সুতসেন গঙ্গাদাসে কয়।
হস্তিনাক কৃষ্ণ গৈলা সপুত্ৰে বান্ধৱ॥
কৃষ্ণৰ চৰিত্ৰ শুনিয়োক কৰ্ণভৰি।
পাপৰ প্ৰলয় হৌক বোলা হৰি হৰি॥ ৩২১১০

---

শ্ৰীকৃষ্ণৰ সবান্ধৱে হস্তিনাপুৰ উপস্থিত

পদ

জৈমিনী বোলন্ত ৰাজা শুনা দিয়া মন।
পুৰীমধ্যে আইলা কৃষ্ণ ধৰ্ম্ম দৰশন॥
ধৃতৰাষ্ট্ৰ কৃপাচাৰ্য্য বিদুৰ পণ্ডিত।
কুন্তীপুত্ৰ যুধিষ্ঠিৰ দেখিয়া বিদিত॥ ৩২১১১
ইসৱক প্ৰণামিয়া দেৱ বনমালী।
অৰ্জ্জুনক কৃষ্ণদেৱে ধৰি আঙ্কোৱালি॥
অৰ্জ্জুন সহদেৱ নকুল মহামতি।
দণ্ডৱতে কৰিলেক কৃষ্ণকে প্ৰণতি॥ ৩২১১২
ধৰ্ম্মে বোলে কুশলে কি আইলা নাৰায়ণ।
বসুদেৱ আদি কৰি আইল সৰ্ব্বজন॥
ৰোহিণী দৈৱকী আদি তযু মাতৃসব।
স্ত্ৰী পুত্ৰ পৰিৱাৰ যতেক বান্ধৱ॥ ৩২১১৩
এহি শুনি হাসিয়া বোলয় লক্ষ্মীপতি।
যত কৈলা সবে ৰাজ-কুলৰ সম্প্ৰতি॥
বসুদেৱ ৰহিলেক বলাই সহিতি।
আৰো যত ৰহি আছে ৰাজা সমন্বিতি॥ ৩২১১৪
ভীমৰ লগত আইলা চতুৰঙ্গ দলে।
সৰ্ব্বজন ৰহি আছে জাহ্নবীৰ থলে॥
শুনিয়া হৰিষ ভৈলা কৃষ্ণৰ বচনে।
অৰ্জ্জুনক আজ্ঞা দিলা চলিলা তেখনে॥ ৩২১১৫
সব সৈন্য সাজিয়া যে চলিয়ো সত্বৰে।
কৃষ্ণবোল অনুবুদ্ধি আনিবাক ত্বৰে॥
কুন্তী গান্ধাৰী যায়োক দ্ৰুপদ কুমাৰী।
দৈৱকী প্ৰভৃতি যত আনিবা সাদৰি॥ ৩২১১৬
মহাজন যত আছে হস্তিনা নগৰে।
বিলম্ব নকৰি সবে চলিয়ো সত্বৰে॥
যেনমতে আদেশ কৰিলা ধৰ্ম্মৰাজ।
সৰ্ব্বজন লৈয়া চলে অৰ্জ্জুন সসাজ॥ ৩২১১৭
যৌৱনাশ্ব ৰাজা চলে লৈয়া সব সেনা।
গজ বাজী ৰথ চতুৰঙ্গ ধ্বজ বানা॥
গায়নে বায়য় গীত বাদ্য কৰে নটে।
সব সৈন্য লৈয়া চলে অৰ্জ্জুনৰ ভাণ্টে॥ ৩২১১৮
নানা ৰত্ন বস্ত্ৰ দিলা সুৱৰ্ণ কস্তুৰী।
দ্ৰৌপদীক পুৰস্কাৰ কৰি সবে নাৰী॥
সবে নাৰী একত্ৰে বসিয়া কৌতূহলে।
সত্যভামা দ্ৰৌপদীক আশ্বাস কৰিলে॥ ৩২১১৯
ধন্য যে দ্ৰৌপদী তোমাৰ সাফল জীৱন।
একে নাৰী পাঞ্চ স্বামী কৰি আছা বন॥
ষোল সহস্ৰ শত মুখ্য অষ্ট নাৰী।
তথাপিতো বেঢ়িয়া ৰাখিতে নৰি হৰি॥ ৩২১২০
আমি সবে পৰিত্যাগি হস্তিনা নগৰে।
অহৰ্নিশে আহো আমি আৰো গদাধৰে॥
ভিন্ন বুদ্ধি হৃদয়ত নাহিকে আমাৰ।
পাঞ্চ গুপ্তস্থান মুহি স্বামীৰ গোচৰ॥ ৩২১২১
মায়াৰী মোহন জানা কিবা মোহ শুদ্ধি।
আমাতে স্বৰূপে তুমি কহিবা দ্ৰৌপদী॥
এহি শুনি হাসিয়া বুলিলা যাজ্ঞসেনী।
তুমিসব ভাগ্যৱতী কৃষ্ণৰ ৰমণী॥ ৩২১২২
কিবা কথা পুছা মোত উপহাস্য কৰি।
স্বৰূপে জিজ্ঞাসা যদি কহিবাক পাৰি॥
দিবাক নিবাক পাৰে সেৱিব গোবিন্দে।
সেহিসে সাফল যাৰ কৃষ্ণ থাকে হৃদে॥ ৩২১২৩
জীৱন যৌৱন ধন সম্পত্তি বিভৱ।
কৃষ্ণৰ প্ৰসাদে মোৰ জানিবাহা সব॥
কৃষ্ণ বিনে হৃদি মোৰ আন গতি নাই।
শুনা সত্যভামা কহো তোমাত বুজাই॥ ৩২১২৪
লৈবাহা কৃষ্ণৰ নাম সেৱা প্ৰতিনিত।
তোমাত মনত সদা সতিনীক ভীত॥

সেহি অপমানে কৃষ্ণ লজ্জা কৰি মনে।
তোমাক ত্যজিয়া আইলা আমাৰ যে স্থানে ॥'২৫
লজ্জা নাই হৃদয়ে ধৰিছো নাৰায়ণ।
সঙ্কট সময়ে যেই কৰিছে ৰক্ষণ ॥
দুঃশাসনে যেখনে আনিছে কেশে ধৰি।
একবস্ত্রে সভামধ্যে অঙ্গ মুক্ত কৰি ॥ ৩২১২৬
বস্ত্রে ধৰি মূঢ়মতি কৰে উপহাৰ।
গোবিন্দ সুমৰো মই পায়া বৰ ত্রাস ॥
বস্ত্ৰৰূপ ধৰি হৰি কৈলা পৰিত্রাণ।
পুঞ্জে পুঞ্জে স্থানে স্থানে বিচিত্র নির্ম্মাণ ॥ ৩২১২৭
যত টানে তত বাঢ়ে নাহি পৰিমিত।
সর্ব্বলোকে দেখিয়া বিস্ময় ভৈল চিত ॥
তোমাৰ প্রসাদে মোৰ কিবা বস্তু হীন।
কৃষ্ণৰ প্রসাদে মোৰ কোন বস্তু ক্ষীণ ॥ ৩২১২৮
তোমাৰ কাৰণে কৃষ্ণ কৰিলা অনেক।
পাৰিজাত আনি দিলা জিনিয়া ইন্দ্রক ॥
দেৱগুৰু মনে ধৰি কৰিলাহা পূজা।
এহিমতে অভিলাস নাহি তাৰ লজ্জা ॥ ৩২১২৯
দ্রৌপদীৰ বচন শুনিয়া তেতিক্ষণে।
নমাতিয়া ৰহিলেক লজ্জা ভাবি মনে ॥
ভীমসেনে দেখি বোলে নাৰীগণ যত।
আনয় যজ্ঞৰ ঘোৰা দেখা কেনমত ॥ ৩২১৩০
সেহিবেলা আনন্দিত ভৈলা বৃকোদৰ।
সত্বৰে পাইলেক গৈয়া ধর্ম্মৰ ওচৰ ॥
ধর্ম্মে বোলে চতুৰঙ্গে তুৰঙ্গক ধৰ।
সুসজ্জিত হুয়া পুনু নিয়ো অভ্যন্তৰ ॥ ৩২১৩১
ধর্ম্মৰ আদেশ পায়া চলে বৃকোদৰ।
মেঘবর্ণ কৃতবর্ম্মা কর্ণৰ কুমাৰ ॥
বিচিত্র কৱচ গাৱে চৰি দিব্য ৰথে।
সাৱধান হুয়া চলে ধনু লৈয়া হাতে ॥ ৩২১৩২
যৌৱনাশ্বে আপুনি ঘোৰাৰ ধৰি শিখা।
দুইপাশে যত বীৰ তাৰ নাহি লেখা ॥
ধৰিয়া আনিলা ঘোৰা নাৰীগণ মধ্যে।
অলক্ষিতে গতি যেন শশধৰ মধ্যে ॥ ৩২১৩৩

তুষ্ট হুয়া তুৰঙ্গ দেখিয়া সমুদিত।
সেহি বেলা অনুশাল ভৈলা উপস্থিত ॥
অনুশাল নামে দৈত্য শালৰ শোদৰ।
অত্যন্ত দুর্জ্জয় বীৰ গুণৰ সাগৰ ॥ ৩২১৩৪

### অনুশালৰ দ্বাৰা ঘোৰা হৰণ

যুধিষ্ঠিৰ নৃপতিৰ সেনাগণ যতি।
পুত্রে পৌত্রে আসিয়াছে ঘোৰা ৰক্ষা প্রতি ॥
পূর্ব্বে কৃষ্ণ অর্জ্জুনে সহিতে দৈত্য মাৰি।
সেহি দুখে শক্র ভাবি মনে আছে ধৰি ॥ ৩২১৩৫
ভ্রাতৃ শত্রু কৃষ্ণক যে পাইবো কেনমত।
সেহি দুখে দৈত্যৰাজ চিন্তয় মনত ॥
এহি ঘোৰা ধৰিলে কৃষ্ণক পাইবো লাগ।
তেবেসে খণ্ডিব মোৰ মনৰ বৈৰাগ ॥ ৩২১৩৬
এহি বুলি সভামধ্যে ঘোৰা নিলা হৰি।
অন্তৰে ৰহিলা গৈয়া গৃধ্র ৰূপ ধৰি ॥
প্রতিজ্ঞা কৰিয়া দৈত্য বুলিলা বচন।
জনে জনে সম্বোধিয়া বুলিলা তেখন ॥ ৩২১৩৭
কিবা ভ্রাতৃ কিবা পুত্র কিবা বন্ধুগণ।
গজ বাজী ৰথ আৰু পদাতিক জন ॥
মোৰ বাক্য শুনা সবে বীৰগণ যত।
কৃষ্ণক ধৰিবা বেঢ়ি পলাব ৰণত ॥ ৩২১৩৮
যেহি বীৰে অপেক্ষয় ৰণে পাই হৰি।
সেহি মোৰ হিত নুই প্রাণ হিংসা বৈৰী ॥
ৰাজ্য নষ্ট ধর্ম্ম নষ্ট অপকাৰ কৈলে।
সকলো ক্ষমিছো তাৰ কৃষ্ণক ধৰিলে ॥ ৩২১৩৯
কৃষ্ণ মোৰ বৰ শত্রু দৃঢ় কৰি চিত্ত।
ভালমতে চলা তোৰা গজ বাজী ৰথ ॥
কৃষ্ণক ধৰিবে পালে বহু পুণ্য পাই।
চক্ষুৰে দেখিলে তাঙ্ক ধৰিবে নপায় ॥ ৩২১৪০
অতি বৰ ধূর্ত্ত কৃষ্ণ সর্ব্বলোকে বোলে।
তাহাঙ্ক জিনন্তা কেহো নাহি ৰবিতলে ॥
ধূম্রে পাৰে ধৰিবাক সিপুনু ছৱাল।
বলিয়ো ধৰিতে পাৰে আছয় পাতাল ॥ ৩২১৪১

বিভীষণে আছে ধৰি থাকে লঙ্কা মাজে।
কৃত্যায়ে ধৰিবে পাৰে তাহান অনুজে ॥
মুনিগণ মধ্যে পাৰে ধৰিবে নাৰদে।
কৃপাহেতু সত্যভামা ধৰি আছে হৃদে ॥ ৩২১৪২
এহি বুলি অনুশাল আছে সচকিতে।
সাজিলা বহুত সেনা গজ বাজী ৰথে ॥
নানা অলঙ্কাৰে ভুষি আছে কলেবৰ।
দীপ্তিমান কৰে যেন উদিত ভাস্কৰ ॥ ৩২১৪৩
বীৰগণে অস্ত্র শস্ত্র লৈয়া ধনুশৰে।
কোথা কৃষ্ণ কোথা পাৰ্থ ধৰ ধৰ কৰে ॥
জৈমিনী কহয় কথা মহা ভাৰতৰ।
অনুশাল ঘোৰা লৈয়া গৈলা কতোদূৰ ॥ ৩২১৪৪
তেবে জন্মেজয় ৰাজা ভৈলন্ত বিস্মিত।
কৃতাঞ্জলি হৈয়া বৈলা কৃষ্ণৰ বিদিত ॥
এত বীৰগণ আছে গজ বাজী ৰথে।
আৰ্চম্বিতে ঘোৰা লৈয়া গৈলা কোন পথে ॥৩২১৪৫
কৃষ্ণ ভীম অৰ্জ্জুন যে বীৰ অসংখ্যাত।
যুধিষ্ঠিৰ ৰাজা পাছে কি বুলিলা তাত ॥
কোন বীৰ পঠাইলেক ঘোৰা আনিবাৰ।
শুনিবাক প্ৰীতি মোৰ কহ মুনিবৰ ॥ ৩২১৪৬

প্ৰদ্যুম্ন আৰু বৃষকেতুৰ ঘোৰা উদ্ধাৰৰ প্ৰতিজ্ঞা,
অনুশালৰসৈতে যুদ্ধ, প্ৰদ্যুম্নৰ ৰণভঙ্গ আৰু
শ্ৰীকৃষ্ণৰ প্ৰদ্যুম্নক ভৰ্ৎসনা

জৈমিনী বোলয় ৰাজা শুনা জন্মেজয়।
কৃষ্ণৰ মহিমা যত কহন নাযায় ॥
পাণ্ডৱৰ ঘোৰা হৰি দৈত্যে নিলে যেবে।
দেখিয়া দৈত্যক মনে লজ্জা বাসুদেৱে ॥ ৩২১৪৭
দাৰুক সাৰথি ৰথে আৰোহণ কৰি।
তেবে কৃষ্ণ চলিলেক শঙ্খধ্বনি কৰি ॥
অনুশালে ঘোৰা হৰি নিলা সভা হন্তে।
যদুবংশ পাণ্ডুবংশ বীৰৰ আগতে ॥ ৩২১৪৮
তেবে বীৰসৱে বোলে শুনা চক্ৰপাণি।
দৈত্য জিনি তয়ু আগে ঘোৰা দিলো আনি ॥
কৃতবৰ্ম্মা সাত্যকি যে বীৰ ধনঞ্জয়।
যৌবনাশ্ব মেঘবৰ্ণ মাদ্ৰীৰ তনয় ॥ ৩২১৪৯
তেবে কৃষ্ণ বোলে ৰাজা গজ বাজী ৰথ।
যুধিষ্ঠিৰে বেঢ়ি থাকা বীৰগণ যত ॥
ভীমসেন বৃষকেতু প্ৰদ্যুম্ন কুমাৰ।
এহি চাৰি জনে যাওক ঘোৰা আনিবাৰ ॥ ৩২১৫০
এহিবুলি গোবিন্দে যে বীৰ লেখা কৰি।
বীৰগণ সম্বোধিয়া বুলিলা শ্ৰীহৰি ॥
কোন বীৰ বলৱন্ত গুৱা লৈয়ো হাতে।
ঘোৰা সমে দৈত্য আন আমাৰ সাক্ষাতে ॥৩২১৫১
প্ৰদ্যুম্ন আসিয়া গুৱা হাতে কৰি লৈয়া।
বুলিবে লাগিলা বীৰ প্ৰতিজ্ঞা কৰিয়া ॥
তয়ু আগে দৈত্য সমে আনি দিবো হয়।
তৃণবত সব সৈন্য জানিবা নিশ্চয় ॥ ৩২১৫২
কৃষ্ণে বোলে মহাবলী প্ৰদ্যুম্ন সমান।
দ্বিতীয় সহায় হুয়া যাইবা কোন জন ॥
মহাবল দৈত্যৰাজ সূৰ্য্য সম তেজ।
সুসজ্জিত হৈয়া সৈন্য যাওক সব সাজ ॥ ৩২১৫৩
কৃষ্ণৰ বচন শুনি বীৰ তেতিক্ষণে।
প্ৰতিজ্ঞা কৰিয়া বোলে কৰ্ণৰ নন্দনে ॥
প্ৰদ্যুম্ন সহিতে যাইবো অনুকূল হুয়া।
বচনেক বোলো তাক শুনা মন দিয়া ॥ ৩২১৫৪
অনুশাল দৈত্যক জিনিয়া বাহুবলে।
আনিবো তাহাক বোলো বন্দী হাতে গলে ॥
যদি আমি প্ৰতিজ্ঞা পালিবে নৰো আজি।
চিৰকাল নৰকত থাকিবোহো মজি ॥ ৩২১৫৫
ব্ৰাহ্মণ কৰমে শূদ্ৰে পাপ হোৱে যত।
শ্ৰাদ্ধক কৰিয়া কৰে মৈথুনত ৰত ॥
কিছু কালে ভাৰ্য্যাত যে ঋতু নপালয়।
সিসব অধৰ্ম্ম যত লোকত হোৱয় ॥ ৩২১৫৬
সেহি ঘোৰ সঙ্গতি নৰক হোৱে মোৰ।
সত্য যদি পালিতে নপাৰো দামোদৰ ॥
কৰ্পূৰ তাম্বুল হাতে দিলন্ত গোপাল।
বিলম্বত কাৰ্য্য নাই চলিয়ো সকল ॥ ৩২১৫৭

জৈমিনী বোলন্ত কথা শুনা ৰাজাগণ।
বৃষকেতু বাক্যে তুষ্ট ভৈলা নাৰায়ণ ॥
কৃষ্ণে দিলা গুৱা বীৰে লৈলা মেলি হাত।
পৰম আনন্দে চলে কামৰ সাক্ষাত ॥ ৩২১৫৮
প্ৰদক্ষিণে প্ৰণাম কৰিলা গদাধৰ।
চলি গৈলা দুয়ো বীৰ সংগ্ৰাম ভিতৰ ॥
শঙ্খনাদ কৰি বীৰে ধায়া গৈলা ৰোষে।
যথা আছে অনুশাল দৈত্যৰ উদ্দেশ্যে ॥ ৩২১৫৯
পিঠিত টোণক লৈয়া ধনুত দিয়া বাণ।
থিয়য়ে ৰহিলা বীৰ অনুশাল স্থান ॥
প্ৰদ্যুম্নক সম্বোধিয়া বোলে দৈত্যৰাজ।
মোহোক যুজিবে আইলা মৰিবাৰ কাৰ্য্য ॥ ৩২১৬০
শত্ৰুগণ মাৰি পেশো সৈন্যৰ মধ্যত।
কোনজনে যুজিবাহা কহা শুনো মোত ॥
এহি যুদ্ধে পশ তোৰা কিনো বৰ সাহ।
পূৰ্ব্বে তোৰ শিৰ ছেদি গুচাও মহমহ ॥ ৩২১৬১
পুষ্প ধনু হাতে লৈয়া ভৈলা আগুৱান।
প্ৰদ্যুম্নক জিনা বীৰ নাহিকে সমান ॥
পৰ্ব্বত সদৃশ হৈয়া দৈত্য বোলে বেক্তে।
কৈলাশে তপস্বী যত আছে বৰ শক্তে ॥ ৩২১৬২
যতী সতী তীৰ্থবাসী ভ্ৰমে গৈয়া চিত্ত।
ব্ৰহ্মচাৰী সন্ন্যাসীয়ো কৰয় অনিত্য ॥
দুৰ্ঘোৰ সংগ্ৰামে মোৰ কিসক প্ৰশংসা।
প্ৰাণ লৈয়া ঘৰে যাইবা যিবা কৰ আশা ॥৩২১৬৩
অনুশালে বাক্য শুনি বোলে প্ৰদ্যুম্নক।
এৰিলেক পঞ্চবাণ যুৰিয়া ধনুক ॥
পঞ্চবাণ নিবাৰিলা দৈত্যবৰ ক্ৰোধি।
হানিলেক পঞ্চবাণ প্ৰদ্যুম্নৰ হৃদি ॥ ৩২১৬৪
হৃদয়ত হানি বাণে দেখি অন্ধকাৰ।
মূৰ্চ্ছিত যে ভৈলা বীৰ প্ৰদ্যুম্ন কুমাৰ ॥
বাণে নিয়া আকাশত তুলি আতি বেগে।
ফুৰায়া পেলাইলা নিয়া শ্ৰীকৃষ্ণৰ আগে ॥ ৩২১৬৫
অচেতনে কুমাৰক দেখিলা ভূমিত।
প্ৰদ্যুম্নক দেখি কৃষ্ণ ভৈলন্ত কুপিত ॥
চক্ষু ফুৰাই আসনৰ উঠিলা ত্বৰিতে।
হৃদয়ত মুষ্টি মাৰি লাগিলা বুলিতে ॥ ৩২১৬৬
পূৰ্ব্বে কহি আছো মই বুজায়া বিশেষ।
দ্বাৰকাত জান দিবা যাওক নিজ দেশ ॥
বিচক্ষণে ভিন্নস্থানে থাকিবা মাননী।
গৰ্ব্ব এৰি মানে থাকি ভদ্ৰা ভদ্ৰ জানি ॥ ৩২১৬৭
সঙ্কল্প কৰিয়া মূঢ় যুদ্ধে গৈলা কেনে।
প্ৰাণ লৈয়া হাৰি আইল অসুৰৰ ৰণে ॥
ইসব বীৰৰ মধ্যে কিসৰ প্ৰসঙ্গ।
পুৰুষত্ব নাহি কিবা আপুনি অনঙ্গ ॥ ৩২১৬৮
সিকাৰণে যুদ্ধে গৈয়া থৈলি অপযশ।
ভালেসে সি বৰ বাক্য কৰিলিহি ভস্ম ॥
তুমি পুত্ৰ হন্তে মোৰ কিছু নাহি সুখ।
দশ মাস ৰুক্মিণীক গৰ্ভে দিলি দুখ ॥ ৩২১৬৯
অসুৰে পাইলন্ত তোক ষষ্ঠী পূজা দিনে।
তিমিঙ্গিলে গিলে তেবে নমৰিল প্ৰাণে ॥
অপযশ থৈলা মোৰ লোকসবস্থানে।
গোবিন্দৰ তনয় বিমুখ ভৈলা ৰণে ॥ ৩২১৭০
বীৰমধ্যে থাকিবাৰ কাৰ্য্য নাহি মোৰ।
বনমধ্যে চলি যাওঁ যৈত মুনিবৰ ॥
আপুনাৰ গুণ গৈয়া ব্যক্ত কৰ তথা।
শিৱপূজা কৰিয়োক শিৱ আছে যথা ॥ ৩২১৭১
যতী ভ্ৰমে যত ঋষি যতেক তপসী।
শাপ দিয়া তোক যেন কৰে ভস্মৰাশি ॥
ভীমে বোলে জগন্নাথ ক্ৰোধ এৰা মনে।
যিবা দোষ ঘটি আছে অসুৰৰ ৰণে ॥ ৩২১৭২
যুদ্ধত হাৰিয়া আইলা শত্ৰুক ভয়তে।
ভ্ৰমায়া পেলাইলা আনি অস্ত্ৰৰ আঘাতে ॥
পোৰা ঘাত পথ দিলা ক্ৰোধ ভৈলা বৰ।
পৰৰ যে দুখ নাহি নিদাৰুণ বৰ ॥ ৩২১৭৩
প্ৰদ্যুম্নক লৈয়া হেৰা আমি দেখা যাওঁ।
অনুশাল বীৰক আজি বীৰত্ব দেখাওঁ ॥
কৃষ্ণে বোলে শুনা ভীম যৈত দৈত্য সৈন্য।
সাধু সাধু মহাবীৰ বৃষকেতু ধন্য ॥ ৩২১৭৪

একেশ্বৰে ৰহি আছে অসুৰৰ ৰণে।
ক্ষমিলোহো সবে দোষ তোমাৰ বচনে ॥
তেবে ভীম মহাবলে গদা লৈয়া হাতে।
যুদ্ধে গৈলা ভীমসেন প্ৰদ্যুম্ন সহিতে ॥ ৩২১৭৫

ভীম আৰু কৃষ্ণৰ অনুশালৰ সৈতে যুদ্ধ
আৰু দুয়োৰে পৰাজয়

পদাতি অসংখ্য যত গজ বাজী ৰথ।
গদাৰ কোবত সবে কৰে চূৰ্ণাকৃত ॥
অশ্ব লৈয়া অশ্ব মাৰে গজ লৈয়া গজ।
ৰথ লৈয়া ৰথ মাৰে মৰে সব ৰাজ্য ॥ ৩২১৭৬
বীৰ লৈয়া বীৰ মাৰে মহাৰথী যত।
গজদন্ত উপাৰিয়া ক্ষেপয় সতত ॥
অশ্ব গজ ৰথ সৈন্য অসংখ্যাত পৰে।
ধৰিয়া ধৰিয়া সবে ৰণত আচাৰে ॥ ৩২১৭৭
সৈন্যসব সংহৰিলা গদাৰ আঘাতে।
ঘোৰ তৰঙ্গিণী ভৈলা প্ৰজাৰ শোণিতে ॥
ৰথ ৰথী সাৰথিয়ো গজ বাজীগণ।
মাৰিলা অনেক সৈন্য কৰিয়া উচ্ছন্ন ॥ ৩২১৭৮
দুৰ্জ্জয় অতুল্য ভীম নিশঙ্ক বিক্ৰম।
মাংসে ৰক্তে পৃথিৱীক কৰিলা কৰ্দ্দম ॥
তাক দেখি চাহি আছে কৰ্ণৰ নন্দন।
ভীমক সম্বোধি দৈত্য বুলিলা বচন ॥ ৩২১৭৯
শুনা মহামতি বীৰ পাণ্ডুৰ তনয়।
সৈন্যসব মাৰিবাক উচিত নহয় ॥
অল্প জীৱ সৈন্য মাৰি বলে কৰ খেৰি।
সৰ্ব্বলোকে দেখি তাক হাসিবেক বেঢ়ি ॥ ৩২১৮০
বৃষ্টি বিন্দুজলে যেন ধূলাক তিয়ান্ত।
সূৰ্য্যৰ কিৰণে যেন তিমিৰ নাশন্ত ॥
সিংহ দেখি হস্তী যেন গুচে সব দৰ্প।
গৰুড়ৰ মুখে যেন লাগে ক্ষুদ্ৰ সৰ্প ॥ ৩২১৮১
অকীৰ্ত্তি নথৈবা তুমি সংগ্ৰামৰ মধ্যে।
উলটিয়া যাহা তুমি ক্ষমা কৰা যুদ্ধে ॥
ভীমৰ প্ৰতিজ্ঞা যত কৃষ্ণৰ সাক্ষাতে।
ঘোৰা সমে দৈত্যক যে বন্দী কৰি দিতে ॥ '৮২

ভীমে বোলে বৃষকেতু বসি থাকা তুমি।
যুদ্ধ কৰি তুৰঙ্গক জিনি দিবো আমি ॥
এহি বুলি ৰণমধ্যে প্ৰবেশিলা ভীম।
যতেক মাৰিলা বীৰ কি কহিবো সীম ॥ ৩২১৮৩
তাক দেখি অনুশালে অতিশয় ক্ৰোধে।
মাৰিলেক মহাক্ৰোধে বাৰ ছয় হৃদে ॥
বজ্ৰাঘাত পায়া যেন কম্পিলা পৰ্ব্বত।
মূৰ্চ্ছা যাই বীৰবৰ পৰিল ভূমিত ॥ ৩২১৮৪
ভীমসেন মূৰ্চ্ছা গৈলা দেখি বিদ্যমানে।
আপুনি গোবিন্দে আসি প্ৰবেশিলা ৰণে ॥
গৰুড়ৰ ধ্বজ বাণ চলাইলন্ত বেগে।
থিয়ায়ে ৰাখিলা ৰথ দৈত্যৰাজ আগে ॥ ৩২১৮৫
হাসিয়া বোলয় দৈত্যে শুনা নাৰায়ণ।
লীলায়ে জিনিলো তয়ু যত বন্ধুগণ ॥
প্ৰথমে হাৰিয়া গৈলা প্ৰদ্যুম্ন কুমাৰ।
জিনিয়া পঠাইলো ভীম সাক্ষাতে তোমাৰ ॥৩২১৮৬
তোমাৰ কথাক আমি জানিছো গোপাল।
নিৰ্দ্দয়ালু তুমি বৰ কৰুণা কৃপাল ॥
মহাজন মুখে মই শুনি আছো কথা।
পুৰাণ পুৰুষ তুমি জগতৰে কৰ্ত্তা ॥ ৩২১৮৭
জনম নাহিকে কৃষ্ণ নাহিকে মৰণ।
কদাচিতো নচাৰিবো তোমাৰ চৰণ ॥
দৈত্যসব মাৰিয়া কৰিলা উপকাৰ।
মনুষ্য হুয়া তুমি খণ্ডিলা ভূমিভাৰ ॥ ৩২১৮৮
শালক মাৰিলা তুমি মাৰিলা শিশুপাল।
কংসক মাৰিলা তুমি পাতিয়া জঞ্জাল ॥
জৰাসন্ধ মাৰি কৃষ্ণ গৈলা তান পুৰী।
তুমি সম কপটী সংসাৰে নাহি হৰি ॥ ৩২১৮৯
তুমি সম বিবেকীয়ো নিষ্ঠুৰ হৃদয়।
গো ব্ৰাহ্মণ বন্ধা মৰা কিছু নাহি ভয় ॥
বাহুযুদ্ধ কৰিয়া জিনিছো বহু বীৰ।
এক বাণ সহা তুমি আগে হুয়া থিৰ ॥ ৩২১৯০
এহিবুলি দৈত্যৰাজে ক্ৰোধে মুষ্টি ধৰি।
সন্ধানে পূৰিয়া ধনু কৰ্ণ সম কৰি ॥

চাৰি বাণে চাৰি ঘোৰা কৰিলা জৰ্জ্জৰ।
সাৰথিৰ হৃদয়ে হানিলা এক শৰ ॥ ৩২১৯১
মৃতবত সাৰথিক দেখি নাৰায়ণ।
ৰণ ছাৰি অন্তৰীক্ষ ভৈলা তেতিক্ষণ ॥
অন্তৰীক্ষ গোবিন্দ দেখিলা ৰণ মাজে।
আপুনাক নিন্দা কৰি বোলে দৈত্যৰাজে ॥৩২১৯২
এখনে দেখিলো হৰি সংগ্ৰাম ভিতৰ।
কোন পাপে হৰি মোৰ ভৈলা অগোচৰ ॥
ৰাজ্যত অনিষ্ট কিবা হৈলা হেন জানি।
শূদ্ৰ হুয়া হৰি আছে অকৰ্ম্ম ব্ৰাহ্মণী ॥ ৩২১৯৩
মোৰ ৰাজ্যে কোন জনে পাইছে ৰজস্বলা।
কিবা হৰি আছে কোন অকুমাৰী বালা ॥
পিতৃ মাতৃ পুত্ৰে কিবা ভক্তি কৰে হীন।
নুহি কিবা কন্যা দিবে ত্যজিয়া কুলীন ॥ ৩২১৯৪
কৃষ্ণৰ মহিমা কিছু নযায় কহন।
বিস্ময় হোৱন্ত জানা মহামুনিগণ ॥
ৰথে চলি গোবিন্দ আসিলা শীঘ্ৰগতি।
তিনি বাণ ক্ষেপিলন্ত দানৱক প্ৰতি ॥ ৩২১৯৫
একে বাণে তাহাৰ কাটিল অনুশালে।
গোবিন্দক সম্বুধিয়া বোলয় সকলে ॥
দেখিয়ো মাধৱ এহি তেজবীৰ্য্য মোৰ।
একেবাণে তোমাৰ কাটিলো তিনি শৰ ॥ ৩২১৯৬
এহি বুলি একশত বাণ হানিলেক।
মূৰ্চ্ছা যাই কৃষ্ণ পাচে ৰথে পৰিলেক ॥
অচেতন দেখি কৃষ্ণ পাইলা মৰ্ম্ম ব্যথা।
দারুকে লৈ গৈলা ৰথ স্ত্ৰীগণ যথা ॥ ৩২১৯৭

সত্যভামাৰ বীৰত্ববাণী শুনি বৃষকেতুৰ যুদ্ধযাত্ৰা
আৰু জয়লাভ, বৃষকেতুৰ অনুশালৰ প্ৰশংসা

দেখিয়া সমস্ত লোকে হাহাকাৰ কৰে।
পলাইলেক ধৰ্ম্মৰাজা অসুৰক ডৰে ॥
বিক্ৰম প্ৰচণ্ড বীৰ দেখয় দুৰ্ব্বাৰ।
পিতা পুত্ৰ জিনিলেক ভীমসেন আৰ ॥ ৩২১৯৮

তাঙ্ক দেখি সত্যভামা উপহাস্য কৰে।
প্ৰতিজ্ঞা কৰিয়া গৈলা যুদ্ধ কৰিবাৰে ॥
ছাৱালক অপযশ পূৰ্বে দিলা কেনে।
আপুনি হাৰিয়া আইলা অসুৰৰ ৰণে ॥ ৩২১৯৯
তোমাৰ প্ৰতিজ্ঞা দেখি হাসিবেক লোকে।
চণ্ডীৰ প্ৰসাদে যুজো আজ্ঞা দিয়া মোকে ॥
বাণ হানি ছেদিবো মই আকাশৰ পথ।
মাৰিয়া পেলাইবো দৈত্য যেন তৃণবত ॥ ৩২২০০
দৈত্য সমে যুদ্ধ কৰো আজ্ঞা দিয়া তুমি।
যুদ্ধ কৰি যশক যে বঢ়াই দিবো আমি ॥
সত্যভামা বচনত লজ্জা ভৈলা হৰি।
তথাহন্তে বাহিৰ ভৈলা ৰথ থিৰ কৰি ॥ ৩২২০১
কৃষ্ণক মূৰ্চ্ছিত দেখি আৰকত বৰ্ণ।
ক্ৰোধে কম্পে বৃষকেতু কৰ্ণৰ নন্দন ॥
ধনুখান টঙ্কাৰিয়া কৰিয়া সন্ধান।
ৰথখান কাটিলেক তিলেক প্ৰমাণ ॥ ৩২২০২
পুনু সাৰথিৰ শিৰ কাটি এক শৰে।
আৰোপিলা অৰ্দ্ধচন্দ্ৰ ধনুত কুমাৰে ॥
অশ্ব ৰথ সাৰথি পদাতি গজদণ্ড।
চূৰ্ণীকৃত কৰিলা কাটিয়া খণ্ড খণ্ড ॥ ৩২২০৩
ৰথৰ নামিয়া বীৰে ধৰিলেক বলে।
পিঠিপৰা হাতে বান্ধি লৈলা হাতে গলে ॥
ঘোৰাসমে বান্ধিলেক কৃষ্ণৰ আগত।
প্ৰণাম কৰিয়া বোলে যুৰি দুইহাত ॥ ৩২২০৪
আনি দিলো তযু আগে দৈত্যক ধৰিয়া।
তোমাৰ প্ৰসাদে আজি প্ৰতিজ্ঞা পালিয়া ॥
কুমাৰৰ বচনে আনন্দ ভৈলা হৰি।
প্ৰশংসিলা বৃষকেতু ধন্য ধন্য কৰি ॥ ৩২২০৫
অনুশাল দৈত্যক নপাৰে জিনিবাক।
ঘোৰাসমে বন্দী কৰি আনিলেক তাক ॥
এহি কথা কন্তে কৃষ্ণে দেখি অনুশাল।
দেখিলেক জগন্নাথ নৱশ্যাম নীল ॥ ৩২২০৬
পৰম আনন্দ হুয়া মন কৌতুহল।
বৃষকেতু প্ৰশংসিয়া বোলে অনুশাল ॥

পিতৃ মাতৃ বন্ধুজন গুৰুজন আৰ।
তোমাৰ গুণৰ কথা কহি নপাওঁ ওৰ ॥ ৩২২০৭
তোমাৰ যশস্যা কীৰ্ত্তি নযায় কহন।
শত্রু হুয়া দেখাইলেক শ্রীমধুসূদন ॥
দেৱতায়ো দেখিবাক নপাৰে সাক্ষাত।
ভক্তি মুক্তি দাতা হৰি জগতৰ নাথ ॥ ৩২২০৮
দীনৰ কৃপাল হৰি ভকত বৎসল।
হেন হৰি দেখিলোহো চৰণ কমল ॥
বৃষকেতু বোলে শুনা দৈত্য অনুশাল।
পৰম পুৰুষ দেখা শ্রীহৰি গোপাল ॥ ৩২২০৯
যোগীগণে যাহাক ধৰিছে হৃদয়ত।
আদি অন্ত নাহি প্রভু দেখিয়ো সাক্ষাত ॥
হেন প্রভু নাৰায়ণ দেখিয়া আগত।
আমাক প্রশংসা কৰি লজ্জা লৰা চিত্ত ॥ ৩২২১০
অনুশালে বোলে শুন কৰ্ণৰ সন্ততি।
মোৰ মুখে কহি তোৰ নপায় যশ কীৰ্ত্তি ॥
এহি বাক্য আসে মোৰ তোমাৰ প্রসাদে।
কৃষ্ণক দেখিয়া মোৰ পাপ নষ্ট হৃদে ॥ ৩২২১১
কৃষ্ণ সুমৰণ মুখে নছাৰোক মোৰ।
তোমাৰ চৰণে প্রভু ভক্তি নিৰন্তৰ ॥
মোৰ অস্ত্র প্রহাৰে হৃদয়ে পালা বৰ।
বিমুখ হইয়া আইলা পুৰীৰ ভিতৰ ॥ ৩২২১২
বিশ্বেশ্বৰ বিশ্বৰূপ কহি আছে বেদে।
অক্ষয় অব্যয় যাক অস্ত্রে নাহি ছেদে ॥
পৰাজয় নাহি তান তিনিলোক জিনি।
মোৰ বাণে বিমুখ বিস্ময় হেন মানি ॥ ৩২২১৩
যাহাৰ প্রসাদে লোকে চতুৰ্ভুজ হোৱে।
শঙ্খ চক্র গদা পদ্ম মুক্তিপদ পাৱে ॥
দিব্য ৰথে আৰোহিয়া বৈকুণ্ঠক যাই।
মৎস্য কূৰ্ম্ম বৰাহ যোনিক আছা পাই ॥ ৩২২১৪
ইন্দ্র বিদ্যাধৰীসব ৰম্ভা আদি কৰি।
আপুনি কৰিলা ক্রীড়া লৈয়া ব্রজনাৰী ॥
এতেকে হৰিৰ মায়া বুজন নযায়।
সৰ্ব্বতত্ত্বময় হৰি সৰ্ব্বভূতকায় ॥ ৩২২১৫

শ্রীকৃষ্ণৰ অনুশালক আলিঙ্গন দান আৰু অনুশালক যজ্ঞ-ঘোৰা ৰক্ষক নিযুক্ত

জৈমিনী বোলন্ত কথা শুনিয়ো ৰাজন।
অনুশাল বচনত তুষ্ট ভৈলা মন ॥
আলিঙ্গন দিয়া দৈত্যে দেৱ গদাধৰ।
ধৰ্ম্মক দেখায়া কৃষ্ণ তুলি দুই কৰ ॥ ৩২২১৬
তেবে যুধিষ্ঠিৰ ৰাজা আনন্দিত মনে।
প্রশংসিয়া দৈত্যক বুলিলা ততিক্ষণে ॥
যেন ভীম ধনঞ্জয় ভাই সহোদৰ।
তুমি সম বান্ধৱ নাহিকে আৰো মোৰ ॥ ৩২২১৭
যজ্ঞক ৰাখিবো তুমি কৃষ্ণ যেন পালে।
ঘোৰাৰ ৰক্ষক হুই যাইবা পাৰ্থ তুলে ॥
নৃপতিৰ হেন বাক্য শুনিয়া নিৰ্ণয়।
পৰম আনন্দ হুযা দৈত্য মহাশয় ॥ ৩২২১৮
ভীম ধনঞ্জয় তেবে ধৰি আক্কোৱালি।
প্রতিজ্ঞা কৰিয়া তেবে বচনক বুলি ॥
প্রাণক অৰ্পিবো মই যজ্ঞ কৰ্ম্ম অৰ্থে।
যৈকে যাই ঘোৰা যাইবো পাৰ্থ সমন্বিতে ॥৩২২১৯
এহি বুলি ঘোৰা নিয়া দিলন্ত আগত।
দেখিয়া নৃপতি ভৈল বৰ সন্তোষিত ॥
চতুৰঙ্গ সেনা লৈয়া ৰাজা যুধিষ্ঠিৰ।
কৃষ্ণ সমে প্রশংসিলা দৈত্য মহাবীৰ ॥ ৩২২২০
প্রতিজ্ঞা পালিলা ভাল আমাৰ আগত।
অনুশাল বান্ধৱক পালোহো মহন্ত ॥

ধৰ্ম্মৰাজৰ অন্তেসপুৰ প্রবেশ আৰু যজ্ঞৰ যো-জা

এহি বুলি সৈন্যসব লৈয়া ধৰ্ম্মৰাজ।
প্রবেশ ভৈলন্ত গৈয়া অন্তেসপুৰ মাজ ॥ ৩২২২১
দৈৱকী যশোদা দেৱী আৰৰ ৰোহিণী।
অৰুন্ধতী অনুসূয়া মুনিৰ ব্রাহ্মণী ॥
সত্যভামা ৰুক্মিণী যে আৰৰ লক্ষ্মণা।
জাম্বৱতী নাগ্নজিতা প্রভৃতি অঙ্গনা ॥ ৩২২২২
প্রদ্যুম্ন সাত্যকি আৰো যত বীৰগণ।
নানা ধাতু বিচিত্র যে গাৱৰ বসন ॥

গন্ধ চন্দন পুষ্পে কৰি আভৰণ।
নানা আভৰণ সবে তুষিলেক মন ॥ ৩২২২৩
গজবাজী চতুৰঙ্গ ৰথ আৰোহণ।
আনন্দিত মহোৎসৱ ভৈলা জনে জন ॥
প্ৰভাৱতী আদি কৰি যত নাৰী সঙ্গে।
অনেক বস্ত্ৰক সবে পিন্ধিলেক ৰঙ্গে ॥ ৩২২২৪
যৌৱনাশ্ব সুবেগ অনুশাল দৈত্যৰাজ।
দিব্যমণি হাৰ পিন্ধি নৃপতি সমাজ ॥
ভীম আদি চাৰি ভাই কৰ্ণৰ নন্দন।
আপুনি পিন্ধিলা ধৰ্ম্মে অমূল্য ভূষণ ॥ ৩২২২৫
দৈৱকী ৰুক্মিণী আদি যতেক সুন্দৰী।
জ্ঞাতি কুটুম্ব যত থাকে অন্তেসপুৰী ॥
অমূল্য ভূষণ পিন্ধে ৰাজ মহাদেৱী।
দ্ৰৌপদী পিন্ধিলা যত আনন্দ প্ৰভাৱি ॥ ৩২২২৬
হস্তী ঘোৰা চতুৰঙ্গ সৈন্য সমুচ্চয়।
দেৱাঙ্গ ভূষণ পিন্ধি ধৰ্ম্ম মহাশয় ॥
যুধিষ্ঠিৰ আদি কৰি পাঞ্চো সহোদৰ।
কৃষ্ণৰ চৰণে ভক্তি কৰি বহুতৰ ॥ ৩২২২৭
কৃষ্ণৰ সুন্দৰ তনু নৱ-ঘন-শ্যাম।
দিব্যমণি হাৰ পিন্ধি চম্পকৰ দাম ॥
দুই কৰ্ণে জ্বলে আতি মকৰ কুণ্ডল।
শৰতৰ চন্দ্ৰ জিনি কৰে জলমল ॥ ৩২২২৮
যুধিষ্ঠিৰে পিন্ধাইলেক বস্ত্ৰ পীতবাস।
অৰ্জ্জুনেয়ো পিন্ধিলেক কৰিয়া শোভাস ॥
সহদেৱ নকুলেয়ো কঙ্কণ বলয়া।
বৃকোদৰে ৰঙ্গে তুলি দিলা মালা গৈয়া ॥ ৩২২২৯
কুমাৰ সুবেগ যৌৱনাশ্ব অনুশাল।
মেঘবৰ্ণ আদি কৰি সবাৰ গোপাল ॥
কস্তুৰী কুঙ্কুম যত অগৰু চন্দন।
দ্ৰৌপদীয়ো আতি ৰঙ্গে কৰিলা লেপন ॥ ৩২২৩০
ত্ৰৈলোক্য মোহন ৰূপ ধৰি নাৰায়ণ।
তাতে নানা ধাতু শোভে জগত শোভন ॥
তাঙ্ক দেখি হাসিয়া বোলয় সত্যভামা।
ধৰ্ম্মৰ ভাগ্যৰ সীমা কি দিবো উপমা ॥ ৩২২৩১
ইমত সদৃশ ৰূপ নাহিকয় দেখি।
হাসিয়া গোবিন্দে বোলে শুনা চন্দ্ৰমুখী ॥
যুধিষ্ঠিৰ আদি কৰি পঞ্চম পাণ্ডৱ।
তান পৰে আনসব নাহিকে বান্ধৱ ॥ ৩২২৩২
যজ্ঞ সম কৰ্ম্ম নাহিকয় পাণ্ডৱৰ।
জ্ঞাতিবধ সম পাপ নাহিকে ধৰ্ম্মৰ ॥
আপুনি হৈলোহো মই যজ্ঞৰ সহায়।
পাপনাশ মুক্তিপদ ধৰ্ম্মে যেন পায় ॥ ৩২২৩৩
ইবাক্য শুনিয়া ৰাজা হসিত বদন।
ৰোমাঞ্চিত ভৈলা তনু পুলকিত মন ॥
পাঞ্চো সহোদৰ সমে চৰণে পৰিলা।
সাৰ্থক কৃষ্ণৰ পদে সাক্ষাতে সম্পিলা ॥ ৩২২৩৪
পাৰ্থক তুলিলা শিৰে ধৰি নাৰায়ণ।
ধনঞ্জয় সম মোৰ নাহি ত্ৰিভুৱন ॥
দেখি সবে ৰাজা বোলে ধৰ্ম্ম নৰনাথ।
তুমি সম ভাগ্যৱন্ত নাহিকয় আত ॥ ৩২২৩৫
যাক মহাদেৱ ব্ৰহ্মা ধ্যানত নাপায়।
পূৰ্ণব্ৰহ্ম কৃষ্ণ হৰি পাইলন্ত সহায় ॥

যজ্ঞ আৰম্ভ, যজ্ঞ অশ্ব মেলি দি অৰ্জ্জুন
আৰু বৃষকেতুক ৰক্ষাৰ্থে নিয়োগ

বিংশতি দিৱস ভৈলা ইসব কৰ্ম্মত।
সেহিবেলা কৃষ্ণে কহে ধৰ্ম্মৰ আগত ॥ ৩২২৩৬
যজ্ঞ আৰম্ভণ কৰা মিলিল সময়।
কৃষ্ণৰ বচনে ৰঙ্গ ধৰ্ম্ম মহাশয় ॥
বসন্ত সময় ভৈলা পূৰ্ণমাসী দিন।
যজ্ঞৰ আৰম্ভ কৰা এহি শুভক্ষণ ॥ ৩২২৩৭
যতেক বান্ধৱসব মিলাইলা সমস্ত।
কৃষ্ণাসমে আৰম্ভিল অসিপত্ৰ ব্ৰত ॥
দীপে ধূপে ঘোৰা পূজি বিবিধ বিধানে।
কুঙ্কুমে লেপিত অঙ্গ বিবিধ চন্দনে ॥ ৩২২৩৮
সুৱৰ্ণৰ পত্ৰ লেখি প্ৰতিজ্ঞা অক্ষৰ।
ঘোৰাৰ কপালে দিলা ধৰ্ম্ম নৃপবৰ ॥

নানা বাদ্য মঙ্গল কৰিলা নৃত্যগীত।
জয় জয় বেদধ্বনি জোকাৰে পুৰীত ॥ ৩২২৩৯
ভূষিল তুৰঙ্গ তেবে শুদ্ধ যে চামৰে।
অৰ্জ্জুনক লগে দিলা ঘোৰা ৰাখিবাৰে ॥
চম্পক নিৰ্ম্মিত মালা দিলা তান গলে।
আশীৰ্ব্বাদ কৰি ধৰ্ম্মে সম্বোধিয়া বোলে ॥ ৩২২৪০
শুনা বৃষকেতু মোৰ কৰিয়ো বচন।
ধীৰ যে গম্ভীৰ বীৰ কৰ্ণৰ নন্দন ॥
বাসুদেৱ প্ৰসাদে তোমাৰ বাহুবল।
অৰ্জ্জুনে সহিতে বাপু ঘোৰা ৰাখি চল ॥ ৩২২৪১
জ্যেষ্ঠ ভাই যুধিষ্ঠিৰ শুনিয়া বচন।
পৰম আনন্দ ভৈলা অৰ্জ্জুনৰ মন ॥
দৈৱকী কৃষ্ণৰ মাতা কুন্তী অৰুন্ধতী।
ৰুক্মিণী গান্ধাৰী আৰু বৃদ্ধ নৰপতি ॥ ৩২২৪২
সমস্তকে সেৱা কৰি কৰ-যোৰ হাতে।
কুন্তীক সম্মুখি বাক্য বুলিলন্ত পাৰ্থে ॥
যজ্ঞকৰ্ম্ম অৰ্থে ঘোৰা গোত্ৰপাপ নাশে।
ঘোৰা লৈয়া যাওঁ আমি ধৰ্ম্মৰ আদেশে ॥ ৩২২৪৩
কুন্তী বোলে সঙ্গে বাপ যাইবাৰ সম্প্ৰতি।
কত সৈন্য যাইবো লগে কত মহাৰথী ॥
এহি শুনি বোলে পাৰ্থ শুনিয়ো জননী।
শঙ্কা নাই সঙ্গে যত বহুত বাহিনী ॥ ৩২২৪৪
আপুনাৰ পুত্ৰসব দি আছে শ্ৰীহৰি।
সসৈন্যে সহিতে আগে যাইবন্ত মুৰাৰি ॥
আমাক অৰ্পণ কৰি প্ৰদ্যুম্নৰ হাতে।
শুনি আছো যি বাক্য বুলিছে জগন্নাথে ॥৩২২৪৫
প্ৰদ্যুম্ন সহিতে যত বীৰভাগ সব।
পাণ্ডুপুত্ৰ সম মোৰ নাহিকে বান্ধৱ ॥
যৈকে বোলে তৈকে তুমি যাইবা ধনঞ্জয়।
কৃষ্ণৰ বচন তুমি পালিবা নিশ্চয় ॥ ৩২২৪৬
কুন্তী বোলে বৃষকেতু পালিবাহা তুমি।
দায়া কৰি ৰাখিবাহা বুলিলোহো আমি ॥
এই আছে শিশু মাত্ৰ সন্ততিৰ আশা।
পিতৃকুলে জলাঞ্জলি পিণ্ডৰ প্ৰত্যাশা ॥ ৩২২৪৭
পুত্ৰব্ৰত প্ৰতিপাল কৰিয়া পালিলা।
এহি বুলি অৰ্জ্জুনৰ হাতত সম্পিলা ॥
মাতৃৰ বচনে পাৰ্থ হৰিষ অপাৰ।
পুনু পুনু কৃষ্ণক কৰয় নমস্কাৰ ॥ ৩২২৪৮
মাতৃৰ বচন ধৰি বিদায় কৰিলা।
আশীৰ্ব্বাদ কৰি মাতৃ শিৰত ধৰিলা ॥
দ্ৰৌপদী সুভদ্ৰা আনো অনেক ৰমণী।
পৰম আনন্দ ৰঙ্গে বোলে যাজ্ঞসেনী ॥ ৩২২৪৯
যদি সতী হওঁ আমি জগত ভিতৰ।
অবিলম্বে ঘোৰা লৈয়া আনি নিজঘৰ ॥
জ্ঞাতিবধ পাপনাশ কৃষ্ণত ভকতি।
যজ্ঞকাৰ্য্য শুভ হৌক ধৰ্ম্মৰ পীৰিতি ॥ ৩২২৫০
কিন্তু বৃষকেতু যাই তোমাৰ লগত।
পালিবাহা তাঙ্ক জানা সমৰ ভূমিত ॥
যথা তথা সঙ্কটে পৰিলে ঘোৰ ৰণে।
কৃষ্ণহেন নামখানি লৈবাহা যতনে ॥ ৩২২৫১
কুন্তী দৈৱকীৰ বাক্য শিৰোগত কৰি।
দ্ৰৌপদী পাৰ্থক নিয়া কৃষ্ণ পদে ধৰি ॥
তাঙ্ক দেখি অৰ্জ্জুনে ধৰিয়া কৃষ্ণ পাৱে।
নানা ৰঙ্গ কৰি তেবে কৃষ্ণ গুণ গাৱে ॥ ৩২২৫২
দিব্যৰূপ কন্যাগণ কৃষ্ণৰ আগতে।
মঙ্গল পূৰ্ব্বকে সিঞ্চে ঢুগানো ৰথতে ॥
দূৰ্ব্বাক্ষত সিঞ্চিলেক আগত সকল।
ধূপ দীপ সবে দিয়া কৰয় মঙ্গল ॥ ৩২২৫৩
ঋতুৰাজ পূৰ্ণমাসী বসন্ত সময়।
আপুনি গোবিন্দে গৈয়া মেলিলেক হয় ॥
কৃষ্ণয়ে ৰাখয় ঘোৰা চলিলা দক্ষিণে।
পাচে পাচে যাই পাৰ্থ সমস্ত সসৈন্যে ॥ ৩২২৫৪
ধৰ্ম্মক প্ৰণাম কৰি চলে মহাবীৰ।
শিৰে ধৰি সমস্তক চুম্বিলা যুধিষ্ঠিৰ ॥
বৃষকেতু অৰ্জ্জুনক ধৰি নৰনাথে।
হৰিষ আনন্দ মনে দিলা কৃষ্ণ হাতে ॥ ৩২২৫৫
প্ৰদ্যুম্ন সাত্যকি যৌৱনাশ্ব অনুশাল।
সমস্তকে সমৰ্পি দিলন্ত মহীপাল ॥

ধৰ্ম্মক প্ৰণাম কৰি বৃষকেতু বীৰে।
ভদ্ৰাৱতী জনাইবাক গৈলা অন্তঃপুৰে ॥ ৩২২৫৬
বৃষকেতু বোলে প্ৰিয়া তুমি থাকা ঘৰে।
পাৰ্থসমে যাওঁ আমি ঘোৰা ৰাখিবাৰে ॥
শ্ৰেষ্ঠজন মানিবা থাকিবা শুদ্ধমতি।
তেবেসে জানিবো আমি পতিব্ৰতা সতী ॥৩২২৫৭
কুন্তী যে গান্ধাৰী আৰু দ্ৰুপদদুহিতা।
সেৱিবা তাহান পাৱ পৰম দেৱতা ॥
এহিশুনি কুমাৰী ভৈলা হৰিষিত মন।
কৰযোৰ কৰি বোলে মধুৰ বচন ॥ ৩২২৫৮
তোমাৰ হৃদয়ে হৰি ভাবিয়ো সাক্ষাত।
তোমাৰ হৃদয়ে যেন থাকে জগন্নাথ ॥
কিন্তু বচনেক বোলো শুনা দিয়া মন।
কদাচিতো যুদ্ধে প্ৰভু নহবা বিমন॥ ৩২২৫৯
জিনিলে সকলে যশ পাৱে স্বৰ্গে গতি।
বিমুখে নৰকে যায় লোকত অকীৰ্ত্তি ॥
সতীসবে শুনিয়া হাসিব সবে লোকে।
লজ্জায়ে মৰিবো আমি কহিলো তোমাকে ॥৩২২৬০
বৃষকেতু বোলে প্ৰিয়া কহিলা নিশ্চয়।
সময় উচিত হোৱে মোৰ মনে লয় ॥
কৰ্ণ পিতৃ পিতামহ সূৰ্য্য দীনমণি।
ৰণত বিমুখ হৈবো কৈতো নাহি জানি ॥ ৩২২৬১
পৃথিৱীৰ বীৰ যদি আসয় ৰণত।
তথাপি বিমুখ নাহি জানা কদাচিত ॥
এহিবুলি বৃষকেতু পৰম হৰিষে।
যথাত আছয় ঘোৰা তাহাৰ উদ্দেশে ॥ ৩২২৬২
ভীমক বন্দিয়া পাৰ্থ বুলিলা বচন।
ধৰ্ম্মক ৰাখিবা তুমি কৰিয়া যতন ॥
শূণ্য পুৰী দেখি কিবা কোন বীৰজাক।
ৰাজাৰ নিমিত্তে কিবা আসে হস্তিনাক ॥ ৩২২৬৩
সহদেৱ নকুল যে বীৰ মেঘবৰ্ণ।
সচকিত হুয়া ৰাজ্য কৰিবা ৰক্ষণ ॥
তাক শুনি হৰিষ ভৈলন্ত বৃকোদৰ।
শিৰে ধৰি আশীৰ্ব্বাদ কৰয় আদৰ ॥ ৩২২৬৪
সহদেৱ নকুল দুই কৰি যোৰহাত।
তাহাঙ্ক সাদৰি ৰথে উঠিলেক পাৰ্থ ॥
মাদ্ৰীৰ তনয় আৰো ভীমৰ বচনে।
প্ৰণামিয়া বৃষকেতু চলে পাৰ্থসমে ॥ ৩২২৬৫
মুনিসবে অৰ্জ্জুনক দিলা আশীৰ্ব্বাদ।
অবিলম্বে ঘোৰা লৈয়া সহিতে গোবিন্দ ॥
জৈমিনী বোলয় কথা শুনা কহো তাক।
সৈন্যসমে পাৰ্থ ভৈলা ঘোৰাৰ ৰক্ষক ॥ ৩২২৬৬
কৃষ্ণৰ চৰণে ধৰি কৰয় কাকুতি।
বোলে গঙ্গাদাসে প্ৰভু মই মূঢ়মতি ॥
পাপৰ প্ৰলয় হৌক বিঘ্নি বিনাশন।
বোলা হৰি হৰি ডাকি মমাজিক জন ॥ ৩২২৬৭

### মহেস্বতী নগৰত ঘোৰাৰ প্ৰবেশ, নীলধ্বজৰ পুত্ৰৰ হাতত ঘোৰা আৱদ্ধ আৰু যুদ্ধ

#### পদ

দক্ষিণে চলয় ঘোৰা নদী তীৰে তীৰে।
প্ৰৱেশ ভৈলন্ত গৈয়া মহেস্বতী পুৰে ॥
নৰ্ম্মদাৰ তীৰে গৈয়া মহেস্বতী পুৰী।
দেৱতাৰ অম্ৰাৱতী ইন্দ্ৰৰ নগৰী ॥ ৩২২৬৮
সহস্ৰাৰ্জ্জুন নৃপতি আছে সেহি ৰাজে।
ৰাৱণ বান্ধিলা সেই আপুনাৰ তেজে ॥
তাহান বংশত জন্ম নাম নীলধ্বজ।
তেজে বীৰ্য্যে পৰাক্ৰমে পালে সেহি ৰাজ ॥৩২২৬৯
পুষ্পৰ উদ্যান সেই নৰ্ম্মদাৰ কোলে।
বসন্তে পুষ্পিত ভৈলা কুলি আছে ডালে ॥
বিকশিত পুষ্পমালা আমোদিত গন্ধ।
মধু পিয়া ভ্ৰমৰে বেৰাৱে বৃন্দে বৃন্দ ॥ ৩২২৭০
নীলধ্বজসুত ভৈল প্ৰবীণ কুমাৰ।
স্ত্ৰী লৈয়া গৈলা তৈক ক্ৰীড়া কৰিবাৰ ॥
সহস্ৰ যুৱতী সঙ্গে লৈয়া আলঙ্কৃতা ॥
মদনমঞ্জৰী তাতে প্ৰধান বণিতা ॥ ৩২২৭১

তাহান ৰূপক মই কি কহিবো সীমা।
ত্ৰিভুবন মধ্যে নাই ৰূপৰ উপমা॥
ৰূপৰ মধ্যত যেন নৃপতি কেশৰী।
থৈলন্ত বাপেকে নাম মদনমঞ্জৰী॥ ৩২২৭২
হেন নাৰী সমে তৈত প্ৰবীণ কুমাৰ।
নানা ক্ৰীড়া কৰি তৈতে কৰয় বিহাৰ॥
কতো নাৰী পুত্ৰৱতী কত নাৰী বালা।
তাহাঙ্ক সঙ্গত লৈয়া কৰে নানা খেলা॥ ৩২২৭৩
পাইলা সেহিবেলা তৈতে ঘোৰা সেহি ঠাই।
মদনমঞ্জৰী কন্যা কহে স্বামী ঠাই॥
হেৰা দেখা প্ৰাণনাথ ঘোৰা আসে চলি।
অলক্ষিত গতি যেন দেখিয় বিজুলী॥ ৩২২৭৪
হেন কুণ্ড চাৰি খুৰা সমান সুন্দৰ।
কৃষ্ণবৰ্ণ দুই কৰ্ণ তাম্ৰ যে অধৰ॥
ৰক্তকণ্ঠ পীন গ্ৰীৱা বায়ুগতি চলে।
কুঙ্কুমে ব্যাপিত বস্ত্ৰ পীনপয়ো জ্বলে॥ ৩২২৭৫
ইমত লক্ষণ ঘোৰা কৈত নাহি দেখি।
চাহন্তে অদ্ভুত দেখি জুৰায় দুই আখি॥
মোৰ বাক্য শুনা প্ৰভু যদি লবে চিত্তে।
তুৰঙ্গক ধৰিবাক চলিয়ো ত্বৰিতে॥ ৩২২৭৬
ই বাক্য শুনিয়া বীৰে উঠিলা সত্বৰে।
ঘোৰাৰ কেশত ধৰি আনিলা সত্বৰে॥
প্ৰতিজ্ঞা লেখন দেখি ঘোৰাৰ কপালে।
তাক দেখি নৃপসুত অগ্নি যেন জ্বলে॥ ৩২২৭৭
যুধিষ্ঠিৰ নামে ৰাজা হস্তিনা নগৰে।
জ্ঞাতিবধ ভয়ে অশ্বমেধ যজ্ঞ কৰে॥
ঘোৰা সমে ৰক্ষক যে আছয় অৰ্জ্জুন।
শক্তি যাৰ থাকে ঘোৰা বান্ধিব তাহান॥৩২২৭৮
ক্ৰুদ্ধ ভৈলা কুমাৰ ঘোৰাৰ কেশে ধৰি।
আপুন নগৰে নিয়া থৈলা বন্দী কৰি॥
নাৰীগণ চলি গৈলা অন্তেঃপুৰ মাজে।
বাপৰ আগত তেবে কৈলা যুৱৰাজে॥৩২২৭৯
সব সৈন্য সাজিয়া নৃপতি নীলধ্বজ।
অৰ্জ্জুনক খেদি গৈলা যুজিবাক সাজ॥
জৈমিনী বদতি কথা শুনা নৰনাথ।
প্ৰবীণে ধৰিলা ঘোৰা দেখায়া মহত্ত্ব॥ ৩২২৮০
ঘোৰা নেদেখিয়া পাৰ্থ ভৈলন্ত বিস্ময়।
সকলো বাৰক পাচে অনাইলা মতায়॥
কৃতবৰ্ম্মা বৃষকেতু প্ৰদ্যুম্ন কুমাৰ।
যৌৱনাশ্ব অনুশাল যতশ্বীৰবৰ॥ ৩২২৮১
জনে জনে জিজ্ঞাসিলা আনি বিদ্যমান।
ঘোৰা নিলা নীলধ্বজে কি হৈবো এখন॥
এহি শুনি বৃষকেতু দিলন্ত উত্তৰ।
ঘোৰা আনি দিবো মই শুনা ধনুৰ্দ্ধৰ॥ ৩২২৮২
নীলধ্বজ জিনি আমি আনি দিবো হয়।
মাৰিয়া কৰিবো চূৰ্ণ শুনিয়ো নিশ্চয়॥
এহি বুলি বৃষকেতু অগ্নি হেন ৰোষে।
ধনুক টঙ্কাৰ কৰি ৰণত প্ৰবেশে॥ ৩২২৮৩
বৃষকেতু বাণ দেখি প্ৰবীণ কুমাৰে।
ৰথত চৰিয়া বীৰ আগে ভৈলা থিৰে॥
ক্ৰোধ কৰি বৃষকেতু ধনুক সন্ধানে।
প্ৰবীণৰ সমুখে খেপিলা পাঞ্চ বাণে॥৩২২৮৪
চাৰি বাণে চাৰি ঘোৰা কৰিলা জৰ্জ্জৰ।
সাৰথিক প্ৰতি হানিলেক একশৰ॥
চক্ৰবাণে অৰ্জ্জুনেয়ো আৰোপিলা বৃষ্টি।
অন্ধকাৰ কৰিলেক তাসম্বাৰ সৃষ্টি॥৩২২৮৫
সহস্ৰে সহস্ৰে বাণ মাৰে ধনঞ্জয়।
ফৰিঙ্গ পতঙ্গ যেন আকাশে উৰয়॥
গজবাজী চতুৰঙ্গ ৰথধ্বজ মানে।
কাটিয়া সকলে সৈন্য পেলাইলা অৰ্জ্জুনে॥ ৩২২৮৬
কোপে নীলধ্বজে এবে প্ৰচণ্ড যে বহ্নি।
যুগান্ত কালৰ যেন জ্বলি আসে অগ্নি॥
আকাশ ভূতল জুৰি চৌদিশ প্ৰকাশি।
হস্তী ঘোৰা সৈন্য মাৰি কৰে ভস্মৰাশি॥ ৩২২৮৭
ধ্বজ ছত্ৰ বাণ যত কৱচ বসন।
অগ্নিয়ে পুৰিয়া সবে কৰয় উচ্ছন্ন॥
মহা মহা বীৰ যত তেজে বীৰ্য্যে বৰ।
ধনু শৰ এৰি সবে দিলেক লৰৰ॥ ৩২২৮৮

প্ৰাণৰ কাতৰে পলাই জীৱাৰ কাৰণে।
সবে বীৰে লৈলা গৈয়া পাৰ্থত শৰণে ॥
আথে বেথে বৰুণৰ বাণক হানিলা।
অৰ্জ্জুণৰ বৃষ্টিজলে সবাকো শুষিলা ॥ ৩২২৮৯
অগ্নিৰ জিহ্বাক দেখি ভয়ে বোলে পাৰ্থ।
স্তুতি কৰে অগ্নিক জুৰিয়া দুই হাত ॥
গঙ্গাদাসে কহে শুনা ভাৰতৰ কথা।
বোলা ৰাম ৰাম জন্ম নকৰিয়ো বৃথা ॥ ৩২২৯০

---

অৰ্জ্জুনৰ অগ্নিস্তুতি

ছবি

অগ্নি দেখি প্ৰজ্বলিত অৰ্জ্জুনে পাইলেক ভীত
ৰথত এৰিয়া ধনুবাণ।
স্তুতি কৰে বীৰবৰ যুৰিয়া যুগল কৰ
ভক্তি কৰি বোলে বিদ্যমান ॥
ত্ৰাস পায় ধনঞ্জয় দেখে অগ্নি তেজময়
বিস্ময় ভৈলন্ত নৰনাথ।
তুমি দেৱতাৰ মুখ্য তুমিসে জীৱন লক্ষ্য
তুমি দেৱ অনাথৰ নাথ ॥ ৩২২৯১
দেৱে শুনি আছা কৈত তোমাৰ মহিমা যত
সপ্ত জিহ্বা লোচন পিঙ্গলা।
গোবিন্দৰ সখা আমি আপুনি জানাহা তুমি
সুৰপুৰী জিনিলো একলা ॥
দহিলে খাণ্ডৱ বন তুষিলো তোমাৰ মন
দেৱৰাজ জিনি মহাশয়।
তেবেতো প্ৰসন্ন হৈয়া সব্যসাচী নাম থৈয়া
আপুনিসে ভুঞ্জিলা খাণ্ডৱ ॥ ৩২২৯২
এহি ৰথ এহি টোণ এহি ধনু এহি গুণ
পূৰ্ব্বে দিলা তুষ্ট হুয়া মন।
তোমাৰ পীৰিতি কাৰ্য্যে যুধিষ্ঠিৰ ধৰ্ম্মৰাজে
আৰম্ভিলা যজ্ঞৰ কাৰণ ॥
ৰাখিবাক সেহি হয় লৈয়া সৈন্য সমুচ্চয়
ভ্ৰমিয়া ফুৰিলো দেশে দেশ।
তুমি সংহৰিবা ক্ষিতি ৰাখিবা কাহাৰ শক্তি
বৃথা সৈন্য পুৰি কৰা ভস্ম ॥ ৩২২৯৩
ত্ৰিভুৱনে নাহি বীৰ মোৰ হাতে নুহি থিৰ
ধনু হাতে কৰিয়া ৰণত।
অৰ্জ্জুনৰ ভক্তি দেখি অগ্নিয়ে নামাৰি পুৰি
গঙ্গাদাসে গাৱে পদমত ॥ ৩২২৯৪

---

ৰজা নীলধ্বজৰ লগত অগ্নিৰ সম্বন্ধ

পদ

শুনি জন্মেজয় ৰাজা ভৈলন্ত বিস্মিত।
কৰযোৰে বোলে ৰাজা মুনিৰ আগত ॥
পূৰ্ব্বৰ বৃত্তান্ত কথা কহা মোৰ ঠাই।
কেনমতে ভৈলা অগ্নি ৰাজাৰ জামাই ॥ ৩২২৯৫
জৈমিনী বোলয় কথা শুনিয়ো ৰাজন।
যেনমতে কৈলা বিহা কন্যা হুতাশন ॥
নীলধ্বজ ভাৰ্য্যা জ্বালাৱতীৰ গৰ্ভত।
স্বাহা নামে কন্যা ভৈল তান উদৰত ॥ ৩২২৯৬
ত্ৰৈলোক্য মোহিনী কন্যা স্বৰূপে অমূল্য।
মনুষ্যৰ মধ্যে যে তাহাত নাহি তুল্য ॥
জিনিলা ময়ূৰ পুচ্ছ কুটিল কুন্তল।
সুধাকৰ কুন্তলত ললাট নিৰ্ম্মল ॥ ৩২২৯৭
ভ্ৰূৱ-যুগ জিনি কাম আখি পাঞ্চবাণ।
দেৱাসুৰ জিনিয়া কটাক্ষে লবে প্ৰাণ ॥
পূৰ্ণচন্দ্ৰ সম মুখ ৰাতুল অধৰ।
মণি মুক্তাহাৰ গলে দেখি শুভাকৰ ॥ ৩২২৯৮
হেমকুম্ভ কুচ দুই মুক্তা দন্তপান্তি।
মৃণাল সমান ভুজ সুৱৰ্ণৰ কান্তি ॥
ৰাজহংস জিনি গতি চলে লয়লাসে।
মুনিগণ মোহ হোৱে কটাক্ষতে হাসে ॥ ৩২২৯৯

তানসম ৰূপৱতী নাহিকে সংসাৰে।
অকুমাৰী বালা হুয়া অগ্নি পূজা কৰে ॥
অনলক স্বামী মানি দৃঢ় কৰি মন।
ব্ৰত কৰি ৰাত্ৰি দিনে জপে মনে মন ॥ ৩২৩০০
তেবে নীলধ্বজ ৰাজা বোলে কন্যা ঠাই।
ইচ্ছায়ে নলৱা কেনে সদৃশ জামাই ॥
যৌৱন সময় ভৈল বিবাহৰ কাল।
যেই আসে তাকে ৰাঞ্চা কৰা নোহে ভাল ॥ ’৩০১
মহা মহা বীৰগণ পৃথিৱীত বসে।
সকলে আসোক ৰাজা পৃথিৱীত বসে ॥
দূত পঠাই আনিলন্ত সবে নৃপবৰ।
আপুন ইচ্ছায়ে মাই যাকে লাগে বৰ ॥ ৩২৩০২
এহি শুনি বোলে কন্যা জনকৰ ঠাই।
অল্প আয়ু মনুষ্য বৰিবে ইচ্ছা নাই ॥
জৰায়ে পীড়িত মহা জ্ঞানত পাতল।
তাহানে বৰিবে আমি নুহি দেখো ভাল ॥ ৩২৩০৩
ৰাজা বোলে নুহি বৰ দেৱ পুৰন্দৰ।
অল্পজ্ঞানী নহে সিটো ত্ৰিদশ ঈশ্বৰ ॥
কন্যা বোলে ইন্দ্ৰত যে কাৰ্য্য নাহি মোৰ।
গুৰুপত্নী হৰি আছে জানয় সংসাৰ ॥ ৩২৩০৪
ঋষি শাপে তাহাৰ সৰ্ব্বাঙ্গে ভৈল যোনি।
আচোক বৰিব তান শুনি নিন্দা বাণী ॥
কন্যা বোলে শুনিয়োক বচন জনক।
সত্যকৰি কহো শুনা মোৰ বচনক ॥ ৩২৩০৫
বিবাহ কৰিবা অগ্নি বিলম্ব নাহি দিশ।
মোৰ বাক্য শুনা ৰাজা এৰা বিমৰিষ ॥
ৰাজা বোলে সূৰ্য্যসম তেজ তাৰ বৰ।
কেনমতে বঞ্চিবাহা তাহাৰ ওচৰ ॥ ৩২৩০৬
এহি বাক্য বুলি ৰাজা কন্যাৰে সহিত।
সেহিবেলা অগ্নি আসি ভৈলা উপস্থিত ॥
ধৰিয়া ব্ৰাহ্মণ মূৰ্ত্তি দিলা পৰিচয়।
আমিসে অনল মূৰ্ত্তি শুনা মহাশয় ॥ ৩২৩০৭
কৃপায়ে আসিলো আমি কন্যাৰ নিমিত্তে।
হেন হেতু আসি আছো বিবাহ কৰিতে ॥
ৰাজা বোলে ইবাক্য প্ৰত্যয় নাহি মোৰ।
মূৰ্ত্তি ধৰি দেখায়ো আপুন কলেৱৰ ॥ ৩২৩০৮
নৃপতিৰ বচন শুনিয়া বায়ু সখা।
নিজমূৰ্ত্তি ধৰিয়া ৰাজাক দিলা দেখা ॥
যুগল মস্তক নাশা চাৰি তাম্ৰবৰ্ণ।
সপ্ত জিহ্বা তিনি পদ তিনিটা লোচন ॥ ৩২৩০৯
শ্বেতপদ্ম আসন বাহন অজ পৃষ্ঠে।
তাহাঙ্ক দেখি মহাৰাজ ভৈলন্ত হৰিষে ॥
চক্ষু ঢাকি পীড়িলেক চাইবে সক্ষ্য নাই।
ৰাজা বোলে ইটো ৰূপ সাম্বৰা গোসাই ॥ ৩২৩১০
নৃপতিৰ বচন শুনিয়া হুতাশন।
পুনৰপি ভৈলা মূৰ্ত্তি সেহিটো ব্ৰাহ্মণ ॥
ভক্তি কৰি নৃপতি বুলিলা আৰো বাৰ।
এক বাক্য বোলো দেৱ শুনিয়ো আমাৰ ॥ ৩২৩১১
অন্যত্ৰে নযাইবা দেৱ আমাক ছাৰিয়া।
এহি বাক্য সত্য কৰি কন্যা কৰা বিয়া ॥

যজ্ঞৰ ঘোৰা এৰি দিবলৈ নীলধ্বজক অগ্নিৰ পৰামৰ্শ দান

জৈমিনী বোলয় কথা শুনা নৃপবৰ।
সেহি দিনা হন্তে অগ্নি আছে তান ঘৰ ॥ ৩২৩১২
ৰাজাৰ বচনে অগ্নি বৰ ক্ৰোধমনে।
সৈন্য ভস্ম কৰি যায় অৰ্জ্জুন কাৰণে ॥
অৰ্জ্জুনৰ ভক্তি দেখি নামানে তাহাক।
তেবে নাৰায়ণ বাণ যুৰিলা ধনুক ॥ ৩২৩১৩
জয় কৃষ্ণ বুলি পাৰ্থে যুৰিলেক শৰ।
তাক দেখি হুতাশন উঠিলা সত্বৰ ॥
স্তুতি কৰি অৰ্জ্জুনক বুলিলা পাৱক।
আজি ৰণে ধনঞ্জয় ক্ষমা কৰা মোক ॥ ৩২৩১৪
কাল দণ্ড সম বাণ এৰা যদি পাৰ্থ।
পৰিত্ৰাণ নাহি মোৰ কহিলো তোমাত ॥
অশ্বমেধ যজ্ঞ তুমি কৰা কিবা কাজে।
সাক্ষাতে পুণ্ডৰীকাক্ষ থৈয়া নিজ ৰাজে ॥ ৩২৩১৫

হৰিনামে পাপনাশ মন্ত্ৰে মহৌষধি।
শুনিলে কৃষ্ণৰ নাম খণ্ডে পাপব্যাধি॥
গঙ্গাজলক এৰি কূপৰ পানী খায়।
সুবৰ্ণক এৰি গুঞ্জা পিন্ধা ধনঞ্জয়॥ ৩২৩১৬
সখা হৈয়া তুমি মোৰ শুনা ধনুৰ্দ্ধৰ।
যুগান্ত নৰৈব প্ৰাণী নৰৈব যমৰ॥
এত সৈন্য ক্ষয় তুমি নকৰা ৰণত।
নাৰায়ণ অস্ত্ৰ যদি যুৰাহা ধনুত॥ ৩২৩১৭
ভক্তি কৰি যিবাজনে জপে নাৰায়ণ।
সংসাৰৰ ঘোৰ পাপ খণ্ডে তেতিক্ষণ॥
মত্ত গৰ্ব্বে তযু বাক্য নকৰিবো শুদ্ধি।
শশুৰ আগতে দেখি নলৈলোহো বুদ্ধি॥ ৩২৩১৮
এহিঁ অস্ত্ৰ নেৰিলে নাহিকে পৰিত্ৰাণ।
হেন জানি টোনে পুনু থৈয়ো এহি বাণ॥
দিবোহো যজ্ঞৰ ঘোৰা শুনা মহামতি।
নীলধ্বজ ৰাজা সমে কৰাইবোহো প্ৰীতি॥৩২৩১৯
অগ্নিৰ ইসব বাক্য শুনিয়া অৰ্জ্জুনে।
সাম্বৰিয়া বাণ তেবে ৰাখিলেক টোণে॥
তেবে অগ্নি চলি গৈলা নীলধ্বজ যথা।
অৰ্জ্জুনক পুৰস্কাৰি কহে সব কথা॥ ৩২৩২০
ঘোৰা দিয়া প্ৰীতি কৰা অৰ্জ্জুনৰ মন।
সপুত্ৰে বান্ধৱে ৰাজা যদি থাকে প্ৰাণ॥
অৰ্জ্জুনৰ বাণ আগে ব্ৰহ্ম অগ্নি তেজ।
বিনাশ কৰিব সবে ৰাজ্য নীলধ্বজ॥ ৩২৩২১

ৰাণী জুনাৰ বীৰত্বপুৰ্ণ বাক্যত নীলধ্বজৰ অৰ্জ্জুনৰ
সৈতে যুদ্ধ

ভাৰ্য্যাত কহিলা গৈয়া অন্তেঃপুৰী মাজ।
কোন কৰ্ম্ম কৰো আৰে কৰো কিবা কাজ॥
কৃষ্ণ প্ৰিয় সখি ধনঞ্জয় মহামতি।
তান আগে থিয় হৈব কাহাৰ শকতি॥ ৩২৩২২
জুনা বোলে ইবাক্য নলৱে মোৰ মনে।
কদাপি নেদিবা ঘোৰা কণ্ঠগত প্ৰাণে॥
বন্দী কৰি ঘোৰা থৈয়া নগৰৰ মাজে।
পুনৰপি সেহি ঘোৰা দিবা কোন লাজে॥ ৩২৩২৩
ইমত ক্ষত্ৰিয় ধৰ্ম্ম নহয় উচিত।
লোকে শুনি হাসিবেক বৰ পাইবা হিত॥
পুত্ৰ পৌত্ৰ বান্ধৱ আছয় সমুদায়।
গজবাজী চতুৰঙ্গে সৈন্য সমুচ্চয়॥ ৩২৩২৪
সংগ্ৰাম কৰিতে চলা ত্যজিয়া যুৱতী।
ৰণ কৰি প্ৰাণ গৈলে স্বৰ্গে হোৱে গতি॥
জুনাৰ বচনে ৰাজা সৈন্য লৈয়া যত।
সংগ্ৰামে চলিলা ৰাজা বুদ্ধি ভৈলা হত॥ ৩২৩২৫
অৰ্জ্জুনে দেখন্ত ফিৰি আসে নীলধ্বজ।
ধনুবাণ হাতে লৈয়া আসে সব সাজ॥
টঙ্কাৰে পূৰিয়া ধনু কৰিলা অৰ্জ্জুন।
সবে অন্ধকাৰ কৰি চাইলন্ত গগন॥ ৩২৩২৬
সহস্ৰে সহস্ৰে বাণ মাৰে মহাবীৰ।
ৰথ ধ্বজ শৰে ছেদি ভৰিল শৰীৰ॥
পুত্ৰ পৌত্ৰ সবে মাৰি বান্ধৱ সোদৰ।
মাৰিলা অনেক সেনা নিলা যমঘৰ॥ ৩২৩২৭
নীলধ্বজ ৰথ অশ্ব সাৰথি সহিত।
খণ্ড খণ্ড কৰি বীৰ পেলাইলা ভূমিত॥
চক্ৰবাণ হানি তাৰ কাটিলেক ধনু।
শৰে জৰ্জৰিত কৰি ভেদিলেক তনু॥ ৩২৩২৮
হানিলে শৰীৰে শৰ ভৈলন্ত অথিৰ।
দুখপায়া ৰাজা তেবে ত্যজিলা সমৰ॥
সৰ্ব্বাঙ্গে পোৰয় বাণে দহয় সমুলি।
পুৰীমধ্যে বসি ৰাজা পাৰে জুনা গালি॥ ৩২৩২৯
শুনিয়ো পাপিষ্ঠী বৰ কাৰ্য্য কৈলি নাশ।
তোৰ বুদ্ধি লৈয়া মই ৰণে কৈলো ত্ৰাস॥
অৰ্জ্জুনৰ ঘোৰা নিয়া পূৰ্ব্বে দেওঁ যেবে।
এতেক অৱস্থা মোৰ কেনে হোৱে তেবে॥৩২৩৩০

অৰ্জ্জুনৰ ওচৰত নীলধ্বজ শৰণাপন্ন হলত ৰাণী জুনাৰ
ক্ৰোধ আৰু গঙ্গাৰদ্বাৰা অৰ্জ্জুনক অভিশাপ দান

এহিবুলি ৰাজা তেবে কাহাত সুপুছি।
অৰ্জ্জুনক ঘোৰা দেওঁ মোৰ হিত বাছি॥

এহিবুলি ধন ৰত্ন বস্ত্ৰ লৈলা যত।
সত্বৰে গৈলন্ত লৈয়া অৰ্জ্জুন আগত ॥ ৩২৩৩১
ঘোৰা দিয়া অৰ্জ্জুনক মাতে নৰনাথ।
কি কৰ্ম্ম কৰিবো মই আজ্ঞা কৰা পাৰ্থ ॥
পাৰ্থে বোলে চতুৰঙ্গ লৈয়া মোৰ সমে।
ঘোৰাৰ ৰক্ষক হৈয়া চলিয়ো আপুনে ॥ ৩২৩৩২
তেবে পাৰ্থে সৈন্য লৈয়া নীলধ্বজ সমে।
ঘোৰাক মেলিয়া তেবে চলিলা দক্ষিণে ॥
তৈত জুনা বিস্তৰ পাইলন্ত অপমান।
পিতৃ ৰাজ্য চলি গৈলা ভায়েকৰ স্থান ॥ ৩২৩৩৩
পিতৃবৰ দেশ আছে উচ্চক ৰাজাৰ।
তাৰ স্থানে গৈয়া পাচে কৰিলা বিস্তাৰ ॥
পিতৃসম ভাই তুমি কৰা উপকাৰ।
অৰ্জ্জুনক মাৰি তুমি খণ্ডায়োক ভাৰ ॥ ৩২৩৩৪
উচ্চকে বোলয় মাই দুখ পৰিহাৰ।
সময় পাইলেসে মই কৰো প্ৰতিকাৰ ॥
জুনা বোলে সত্বৰে যাইয়োক এহি দণ্ডে।
অৰ্জ্জুনক মাৰিলেসে মোৰ দুখ খণ্ডে ॥ ৩২৩৩৫
উচ্চকে বুলিলা ক্ৰোধে বচন জুনাক।
স্বামী পুত্ৰ মাৰায়া খাইবা আসি মোক ॥
ঐৰ হন্তে দূৰ হউ নষ্ট পাপী বেটী।
তাহাৰ সহিতে যুদ্ধ কৰিব কপটী ॥ ৩২৩৩৬
অপমান পাইলা জুনা তাহাৰ বচনে।
তৈৰ হন্তে বাজ ভৈলা দুখ ভাবি মনে ॥
অয়নিতে আৰোহিলা নদী হৈবে পাৰ।
দৈৱে গঙ্গাজল লাগি চৰণে তাহাৰ ॥ ৩২৩৩৭
অধৰ্ম্মী ভৈলোহো কিনো কৰিলো এখন।
তাক শুনি জিজ্ঞাসিলা পৰিচাৰগণ ॥
ত্ৰৈলোক্য পাৱনী হৰে শিৰে যাক ধৰে।
কোটি জন্ম পাপ হৰে পৰশিলে তাৰে ॥ ৩২৩৩৮
হেন গঙ্গা নিন্দিয়া কৰিলা বিপৰীত।
তোৰ সম পাতকী যে নাহি পৃথিৱীত ॥
জুনা বোলে কেনে মোক বোলা নিন্দা বাণী।
অপেস্বৰাগণে যান্ত কৰে ঋতু স্নানি ॥ ৩২৩৩৯

সেহিকালে গঙ্গা গৈলা জুনাৰ সমুখে।
সবলোকে অদৰ্শন জুনা মাত্ৰ দেখে ॥
জুনাক দেখিয়া বোলে গঙ্গাই বচন।
আমাক নিন্দিয়া কেনে ফুৰাহা এখন ॥ ৩২৩৪০
জুনা বোলে গঙ্গা তুমি পৱিত্ৰকাৰিণী।
অপুত্ৰক দেখি বোলো মই নিন্দা বাণী ॥
সাতপুত্ৰ ভৈলা তযু সান্তনুৰ বীৰ্য্যে।
গলে চেপি ধৰি তুমি মাৰি কোন কাৰ্য্যে ॥৩২৩৪১
ভীষ্ম নামে আছিলেক তযু এক পুত্ৰ।
অৰ্জ্জুনে মাৰিলা তাঙ্ক কৰি অপুত্ৰক ॥
সেহিসে কাৰণে আমি বুলিলো বচন।
এহি শুনি গঙ্গাদেৱী ভৈলা ক্ৰোধ মন ॥৩২৩৪২
অৰ্জ্জুনক বুলিলেক শাপিয়া বচন।
মোৰ পুত্ৰ ভীষ্মক বধিলা নাৰায়ণ ॥
অৰ্জ্জুনৰ মৃত্যু হৌক পুত্ৰৰ হাতত।
পিতা পুত্ৰে দুই জনে দুৰ্য্যোৰ ৰণত ॥ ৩২৩৪৩
বভ্ৰুবাহা কাটিবেক ৰণত তাহাক।
শাপ দিয়া গৈলা দেৱী আপুন ঘৰক ॥
জুনাই শুনিয়া তেবে হৰিষ বৰ ভৈলা।
কষ্ট কৰি শৰীৰ ছাৰিলা সেহিবেলা ॥ ৩২৩৪৪
অৰ্দ্ধচন্দ্ৰ হুয়া শৰ বভ্ৰুবাহা টোণে।
সেহি দিনা হন্তে ৰৈলা বভ্ৰুবাহা থানে ॥
কহে গঙ্গাদাসে কথা ভাৰত সম্প্ৰতি।
বোলা হৰি হৰি ডাকি পাইবাহা মুকুতি ॥ ৩২৩৪৫

**যজ্ঞৰ ঘোৰা শিলামূৰ্ত্তি ধাৰণ আৰু অৰ্জ্জুনৰ স্পৰ্শত স্বামী শাপগ্ৰস্তা শিলামূৰ্ত্তি চণ্ডীৰ মুক্তি**

জৈমিনী বোলয় আৰে শুনা নৰনাথ।
ঘোৰা লৈয়া চলিলা দেখিলা জগন্নাথ ॥
পৰ্ব্বতৰ মাজে ঘোৰা বনে বনে যায়।
হাতে অস্ত্ৰ শস্ত্ৰ লৈয়া পাচে পাচে ধায় ॥ ৩২৩৪৬
বনমধ্যে বন্যজন্তু দেৱতা কিন্নৰ।
যক্ষ ৰক্ষ গন্ধৰ্ব্বৰ তথাত প্ৰচাৰ ॥

মহাজনসব আছে পৰ্ব্বত নিবাসী।
হৰিভক্ত জন আছে আন কত পশি ॥ ৩২৩৪৭
নানা বৰ্ণ পক্ষী আৰো নানা পুষ্প লতা।
নানা গন্ধে পুষ্পসব বসন্তে পুষ্পিতা ॥
দৈৱগতি সেহি ঘোৰা পৰ্ব্বতত চৰে।
শিলা ভৈলা দেখে ঘোৰা শৱদ নকৰে ॥ ৩২৩৪৮
হেন দেখি বিস্ময় যে বীৰগণ যত।
সত্বৰে জনাইলা গৈয়া অৰ্জ্জুন আগত ॥
শুনিয়া বিস্ময় ভৈলা অৰ্জ্জুনৰ মনে।
প্ৰদ্যুম্ন সহিতে গৈলা চাহিবাক বনে ॥ ৩২৩৪৯
চাহিয়া দেখয় ঘোৰা ভৈলা অচেতন।
কি ভৈলা কি ভৈলা বুলি গুণে মনে মন ॥
নিশৱদ হুয়া ঘোৰা পৰিছে শিলাত।
বাৰ্ত্তা পুছিবাক গৈলা কোন আছে আত ॥ ৩২৩৫০
যৌৱনাশ্ব নীলধ্বজ কৰ্ণৰ নন্দন।
সাত্যকি সহিতে জানা এহি পাঞ্চজন ॥
সৌৰভ মুনিৰ স্থান আছয় আশ্ৰম।
আতি বিচক্ষণ পুৰী দেখিতে উত্তম ॥ ৩২৩৫১
বসি আছে মহামুনি আশ্ৰম ভিতৰ।
জাজ্জ্বল্য সমান যেন উদিত ভাস্কৰ ॥
পৰিচয় দিয়া শোধে পুৰী আপুনাৰ।
ভক্তি কৰি তান পদে কৰি নমস্কাৰ ॥ ৩২৩৫২
শিশু উপশিশু লৈয়া শাস্ত্ৰ বিচাৰয়।
সেহিবেলা পাৰ্থ গৈয়া তাহাতে মিলয় ॥
যুধিষ্ঠিৰ নামে ৰাজা হস্তিনাপুৰত।
জ্ঞাতিবধ পাপ ভয়ে যজ্ঞক কৰন্ত ॥ ৩২৩৫৩
ধনঞ্জয় নাম মোৰ অনুজ তাহাৰ।
সৈন্যসব লৈয়া আইলো ঘোৰা ৰাখিবাৰ ॥
বিপৰীত ভৈল তাতে কিহৰে নজানি।
ইহাৰ বৃত্তান্ত কথা কহিয়োক মুনি ॥ ৩২৩৫৪
এহি শুনি হাসিলেক তপী মহামুনি।
অৰ্জ্জুনক সম্বোধিয়া বুলিলেক বাণী ॥
অকাৰণে কৈলা তুমি জ্ঞাতিসব বধ।
তোৰ সম পৃথিৱীত নাহিকে মুগুধ ॥ ৩২৩৫৫
আপুনি স্ৰজিয়া সৃষ্টি আপুনি সংহৰা।
মনে ভাবি চোৱা তুমি কিবা কৰ্ম্ম কৰা।
সংসাৰ হৰিৰ লীলা শুনা নৰবৰ ॥
কীটতলা গিৰিবৰ সবে চৰাচৰ ॥ ৩২৩৫৬
ভক্তিক পেশিয়ো পূৰ্ণস্বৰে জগন্নাথ।
শত অশ্বমেধ তুল্য শুনা জগন্নাথ ॥
হেন হৰি থৈলা তুমি সাৰথি ভাৰষা।
যজ্ঞ কৰি ঘোৰা লৈয়া আইলা কিয় মিছা ॥৩২৩৫৭
কল্পবৃক্ষ এৰিয়া মন্দৰ আনা কিনি।
গুঞ্জাহাৰ বাঞ্ছা কৰে এৰি চিন্তামণি ॥
সাক্ষাতে থৈ আছা হৰি ত্যজি আইলা এথা।
আতি মূঢ় কৰ্ম্ম তোৰ জানিলো সৰ্ব্বথা ॥ ৩২৩৫৮
পাৰ্থে বোলে মুনিবৰ কহিলা সাফল।
বুজিবে নপাৰো বৰ মনত চঞ্চল ॥
সৰ্ব্বপাপ হৰে কৃষ্ণ লৈলে যাৰ নাম।
মনৰ পৱিত্ৰ হৱে কৈলে যজ্ঞ কাম ॥ ৩২৩৫৯
তেবে মুনি বোলে শুনা অৰ্জ্জুন সাক্ষাত।
শিলাৰ বৃত্তান্ত কথা কহো শুনা পাৰ্থ ॥
উদ্দ্যান মুনিৰ ভাৰ্য্যা তান নাম চণ্ডী।
আন কৰ্ম্ম কৰে তেহে স্বামী বাক্য খণ্ডি ॥৩২৩৬০
স্বামী যেহি বাক্য বোলে তাক নাহি ধৰে।
নিজ মনে যেহি ধৰে সেহি কৰ্ম্ম কৰে ॥
সেহি দিন হন্তে চণ্ডী পিতৃঘৰে গৈলা।
উদ্দ্যানক মাতি নিয়া কন্যা বিহা দিলা ॥ ৩২৩৬১
কন্যা দান কৰি বিপ্ৰ অগ্নি বিদ্যমান।
চণ্ডীক সম্মুখি বিপ্ৰে বুলিলা বচন ॥
স্বামীত কৰিয়া ভক্তি থাকিবা যতনে।
কদাচিতো নলঙ্ঘিবা স্বামীৰ বচনে ॥ ৩২৩৬২
চণ্ডী বোলে ইবাক্যক ব্যৰ্থে কহা মোত।
শুনিতে অসহ্য কথা নহয় উচিত ॥
কদাচিতো নৰাখিবো বচন তাহাৰ।
বাক্যলেশ নকৰোহো ত্যজো বাৰম্বাৰ ॥ ৩২৩৬৩
সত্যে সত্যে তযু আগে কহিলোহো মজা।
মন মোৰ স্বামী দেৱ মন মোৰ ৰাজা ॥

মনে মোৰ যেহি লৱে তাহাক কৰিবো।
যেহি বাক্য কহে ভৰ্ত্তা তাক নকৰিবো ॥ ৩২৩৬৪
চণ্ডীৰ বচনে মুনি বৰ কষ্ট মন।
হাসিয়া বুলিলা মুনি আনন্দ বচন ॥
নকৰিবা দুখমন বিবাহৰ কালে।
শিশুমতি কন্যা আবে ভাল হৈব কালে ॥'৬৫
তেবে ঋষি উদ্যানে চণ্ডীক বিহা কৰি।
আপুন সঙ্গক গৈলা চণ্ডী সঙ্গে কৰি ॥
এহিমতে ঘৰে চলি গৈলা কতো কাল।
যৌৱন দেখিয়া মুনি বোলে সেহি ভাল ॥ ৩২৩৬৬
অগ্নিপূজা কৰে চণ্ডী হুয়া একচিত্ত।
পাইবেক উত্তম পুত্ৰ মনৰ বাঞ্ছিত ॥
অগ্নি সুপূজিবা পুত্ৰে নাহি প্ৰয়োজন।
এহি শুনি ক্ৰোধে চণ্ডী বুলিলা বচন ॥ ৩২৩৬৭
উদ্যানে কহয় শুন ভাল তোৰ হিত।
চাহিবে হৰিষ মোৰ পৰম পবিত্ৰ ॥
উদ্যানে বোলয় চণ্ডী কমণ্ডলু ধৰ।
চণ্ডী বোলে নকৰিবো বচন তোমাৰ ॥ ৩২৩৬৮
মুনিৰ হাতৰ নিলা কমণ্ডলু কাঢ়ি।
চূৰ্ণীকৃত কৰিলেক ভূমিত আচাৰি ॥
তথু আজ্ঞা নকৰিবো মোক হেন জান।
ৰাত্ৰিকালে শয়ন কৰয় একস্থান ॥ ৩২৩৬৯
কামভাৱে চাহে মুনি খোজে আলিঙ্গন।
চক্ষু পকাই বোলে চণ্ডী নিষ্ঠুৰ বচন ॥
স্থিৰ হুয়া থাকা তুমি আমি যাওঁ দূৰ।
মুনি বোলে তোক আমি নুবুলো নিষ্ঠুৰ ॥ ৩২৩৭০
চণ্ডী বোলে থাকা তুমি আপুন জানিয়া।
আৰ কিছু নুবুলিবা আমাক দেখিয়া ॥
হেন শুনি তেখনে বাহিৰ ভৈলা মুনি।
ৰহিলা নিষ্ঠুৰ হুয়া চণ্ডিকা আপুনি ॥ ৩২৩৭১
সুখে ঘৰে নথাকয় কান্দোন সদায়।
কান্দোনে পুহায় নিশি অন্ন নাহি খায় ॥
সেহি বেলা কুণ্ডিল্য ঋষি আসিলা আশ্ৰমে।
শিশুসমে আইলা তীৰ্থযাত্ৰা অনুক্ৰমে ॥ ৩২৩৭২

গুৰু দেখি সম্ভ্ৰমে উঠিলা আথে বেথে।
পাদ্য অৰ্ঘ্য দিয়া পূজা কৰে নানামতে ॥
কুণ্ডিল্যে বোলয় মুনি তোমাৰ কুশল।
চিন্তাযুক্ত দেখো বৰ শৰীৰ দুৰ্ব্বল ॥ ৩২৩৭৩
সন্ততি হইছে কিবা কহ তপোধন।
সংসাৰত পুত্ৰ বৃদ্ধি পিণ্ডৰ কাৰণ ॥
স্তুতি কৰি গুৰুসমে কহয় উদ্যান।
স্ত্ৰী নাহি ঘৰে মোৰ বিধি বিড়ম্বন ॥ ৩২৩৭৪
বিবাহ কৰিছো মই মন্দবাক্য বুলি।
সম্প্ৰতি দেখিবা তুমি পিতৃ-শ্ৰাদ্ধ কালি ॥
কিছু গুপ্ত অঙ্গত নাহিকে একধৰ্ম্ম।
মন্দ কৰ্ম্ম কৰো বুলি কৰে ভালকৰ্ম্ম ॥ ৩২৩৭৫
এহি শুনি উদ্যানৰ আছে ভালমতে।
চণ্ডীক বুলিল কৰ্ম্ম মাতিয়া আগতে ॥
গুৰুদেৱ আসি আছে কৰ্ম্মক আমাৰ।
ভোজন জিজ্ঞাসা কিছু কৰিয়ো তাহাৰ ॥ ৩২৩৭৬
চণ্ডী বোলে তোৰ বোল কৰে কোনজনে।
কৰিলা অথিতি পূজা গুৰুৰ বচনে ॥
তেবে চণ্ডী ফলমূল আনিলেক কাযে।
কৰিলা অনেক পূজা বিধি যেন আছে ॥ ৩২৩৭৭
দেখিয়া হৰিষ ভৈলা মনে গুণি কাজ।
পাৰিবা সাধিতে কাৰ্য্য প্ৰকাৰ কৰি বাজ ॥
উদ্যানে বোলয় শ্ৰাদ্ধ হৈব কালি দিনে।
নৰিবো কৰিবে শ্ৰাদ্ধ হেন লৱে মনে ॥ ৩২৩৭৮
চণ্ডী বোলে কেনে শ্ৰাদ্ধ নকৰিবা তুমি।
শ্ৰাদ্ধৰ যতেক দ্ৰব্য আনি দিবো আমি ॥
মুনি বোলে শ্ৰাদ্ধ কালি হৈব দৈৱযোগে।
কৈত পাইবো বস্তুসৱ শ্ৰাদ্ধে যিৰা লাগে ॥'৭৯
ব্ৰাহ্মণ পাইবোহো কৈত শ্ৰাদ্ধ কৰিবাৰ।
বেদহীন ক্ৰিয়াহীন আতি দুৰাচাৰ ॥
কালখুৰ শ্যামদন্তপাণ্ডি দুৰাচাৰ।
অন্নহীন হুয়া হীন আতি কদাচাৰ ॥ ৩২৩৮০
চণ্ডী বোলে তাক আনো কোন প্ৰয়োজন।
আনিবো বৰিয়া মই উত্তম ব্ৰাহ্মণ ॥

বেদত পাৰ্গত হৈব শাস্ত্ৰপৰায়ণ।
পুত্ৰ ভাৰ্য্যাযুত শুচি কুলীন ব্ৰাহ্মণ ॥ ৩২৩৮১
পিতৃশ্ৰাদ্ধ পাৰি চণ্ডী দৈৱেহে কৰিবে।
একোবস্তু নাহি চণ্ডী শ্ৰাদ্ধপাত্ৰে দিবে ॥
বচনেক বোলো চণ্ডী শুনা মোৰ কথা।
শ্ৰাদ্ধ নকৰিবো কালি বুলিলো সৰ্ব্বথা ॥ ৩২৩৮২
নৱবস্ত্ৰ কৈত পাইবো শ্ৰাদ্ধত দিবাৰ।
তণ্ডুলক পাইবো কৈত বস্ত্ৰ অলঙ্কাৰ ॥
ফল-মূল কৈত পাইবো কৃষ্ণ শ্যামাকাৰ।
নানা বস্তুসব লাগে শ্ৰাদ্ধত দিবাৰ ॥ ৩২৩৮৩
মৎস্য ভৈল আনোবস্তু একো নিমিলয়।
ধূপদীপ কৈত পাইবো শ্ৰাদ্ধত লাগয় ॥
ইসকল বস্তু যদি আনাহা সাক্ষাতে।
তেবেসে কৰিবো শ্ৰাদ্ধ কহিলো তোঁমাতে ॥'৮৪
ইসকল বস্তু তেবে পাইবা বৰকষ্টে।
ভাল ভাল বস্তু দিবো কহিলোহো নিষ্টে ॥
শ্বেত যে তণ্ডুল পুমু উপহাৰ পূৰি।
নানা বস্তু আনি দিলা বস্তু মনোহাৰী ॥ ৩২৩৮৫
মনোহৰ সন্দেশ যে বস্তু উপহাৰ।
পায়স মণ্ডিত চৰু মোদক আপাৰ ॥
দধি দুগ্ধ ঘৃত মধু উত্তম কদলী।
তিলতৈল দিলা দীপ কৰিয়া উজ্বলি ॥ ৩২৩৮৬
শ্বেত যে তণ্ডুল দিলা বস্তু সমন্বিতে।
উত্তম বস্ত্ৰক দিলা কাঞ্চন সহিতে ॥
উত্তম কদলী দিলা ফল নাৰিকল।
কমণ্ডলু ভৰি দিলা নাৰিকল জল ॥ ৩২৩৮৭
জৈমিনী বোলয় শুনা কথা যে ৰাজন।
উদ্যানৰ স্থানে চণ্ডী দিলা দৰশন ॥
শ্ৰাদ্ধত বিশিষ্ট বস্তু পুষ্প আৰোহিলে।
বিসৰ্জ্জন কৰিলেক জাহ্নবীৰ জলে ॥ ৩২৩৮৮
শুনিয়া মুনিৰ বাক্য চণ্ডী বোলে কষ্টে।
জলে নাহি বিসৰ্জ্জন পেলাইবে উচ্ছিষ্টে ॥
সেহিবেলা ক্ৰোধে শাপ দিলেক উদ্যান।
শিলা হুয়া চিৰকালে থাক এহি স্থান ॥ ৩২৩৮৯
পাণ্ডৱে কৰিবে যজ্ঞ জ্ঞাতিবধ ভয়।
ঘোৰা লৈয়া ইথানে আসিব ধনঞ্জয় ॥
অৰ্জ্জুনেসে পৰশিলে পাইবা নিজগতি।
ওহিতে থাকাহা তুমি শিলা হুয়া মূৰ্ত্তি ॥ ৩২৩৯০
এহি বুলি গৈলা মুনি ক্ৰোধে শাপ দিয়া।
তথাতে ৰহিলা চণ্ডী শিলামূৰ্ত্তি হুয়া ॥
দৈৱযোগে সেহি পন্থে ৰাম যাই হাণ্ঠি।
পাইলন্ত ৰামৰ পদে শিলা উতঝণ্টি ॥ ৩২৩৯১
আচম্বিতে শিলা গুচি ভৈলা উপসন।
দেখিয়া বিস্ময় ভৈলা শ্ৰীৰামৰ মন ॥
ক্ৰোধ কৰি চণ্ডী তেবে বুলিলা ৰামক।
কামভাৱ হুয়া কেনে চাহিলা আমাক ॥ ৩২৩৯২
ৰামে বোলে তোক আবে চুলোহো নজানি।
পূৰ্ব্বৰূপ হুয়া থাকা শাপৰূপ মানি ॥
এহি বুলি তৈৰ পৰা গৈলা ৰঘুনাথ।
শিলাৰূপ ধৰি চণ্ডী থাকিলা তথাত ॥ ৩২৩৯৩
সৌৰভ ঋষিৰ বাক্য শুনিয়া অৰ্জ্জুন।
তোমাত কহিলো মই শিলা-চণ্ডী গুণ ॥
চিৰকাল শিলা হুয়া পায়া আছে তাপ।
পৰশ কৰিয়ো চণ্ডী মুক্ত হৌক শাপ ॥ ৩২৩৯৪
মুনিৰ বচনে তেবে উঠিলেক পাৰ্থ।
প্ৰণাম কৰিয়া চণ্ডী পৰশিলা গাত ॥
মুক্ত হুয়া উঠিলেক পাইলন্ত চেতন।
বাৰ্ত্তা পায়া উদ্যানে যে আসিলা তেখন ॥ ৩২৩৯৫
অৰ্জ্জুনক বহুবিধ আশীৰ্ব্বাদ কৰি।
চণ্ডীক লগত লৈ গৈলন্ত নগৰী ॥
গঙ্গাদাসে কহে পুণ্যকথা ভাৰতৰ।
বোলা ৰাম ৰাম সবে তৰিয়ো সংসাৰ ॥ ৩২৩৯৬

---

· যজ্ঞৰ ঘোৰা চম্পক ৰাজ্যলৈ গমন, অৰ্জ্জুনৰ সৈতে যুদ্ধ কৰিবলৈ হংসধ্বজৰ আয়োজন আৰু সুধন্বাৰ সত্যভঙ্গ হেতু ৰজাৰ ক্ৰোধ

পদ

জন্মেজয় ৰাজা পাচে জৈমিনীত পুছে।
ঘোৰা লৈয়া অৰ্জ্জুনে যে কি কৰিলা পাচে ॥
জৈমিনী বোলয় কথা শুনিয়ো ৰাজন।
ভাল হৈয়া ঘোৰা পাচে ফুৰে বনে বনে ॥৩২৩৯৭
সবসৈন্য সঙ্গে লৈয়া বীৰ ধনঞ্জয়।
হংসধ্বজ নৃপতিৰ ৰাজ্যে গৈলা হয় ॥
চম্পক দেশৰ ৰাজা বীৰ হংসধ্বজ।
বৈষ্ণৱ চৰিত্ৰ ৰাজা তেজে মত্ত গজ ॥ ৩২৩৯৮
গুণৰ সাগৰ ৰাজা ধৰ্ম্মে মহাশান্ত।
সৰ্ব্বৰাজ্য মিলি কৰে একপত্নী ব্ৰত ॥
একপত্নীপৰে আৰ নাহিকে দ্বিতীয়।
সকল ধাৰ্ম্মিকময় বিষ্ণুভক্ত প্ৰিয় ॥ ৩২৩৯৯
স্ত্ৰী বাল্য বৃদ্ধ যুৱা যত সবলোকে।
হৰিভক্তি বিনে তান আন নাহি মুখে ॥
কোনো জনে নাৰায়ণ নামক নোবোলে।
ধৰিয়া পেলাৱে তাক তাম্ৰকটা তৈলে ॥ ৩২৪০০
পূৰ্ব্বে ৰাজা অঙ্গীকাৰ বচন লঙ্ঘয়।
পিঠি হস্তকাৰ ৰাজা তাহাকো ছেদয় ॥
মহন্ত ধাৰ্ম্মিক ৰাজা বিক্ৰম বিশাল।
সৰ্ব্বক্ষণে কৰি আছে তাম্ৰকটা তৈল ॥ ৩২৪০১
শঙ্খ-লিখিত নামে দুই পুৰোহিত।
তান আজ্ঞা বিনে নকৰন্ত একো কৃত্য ॥
আচম্বিতে ঘোৰা আসি চৰে পাইলা লাগ।
সত্বৰে জনাইলা গৈয়া নৃপতিৰ আগ ॥ ৩২৪০২
যুধিষ্ঠিৰ নামে ৰাজা হস্তিনা নগৰে।
জ্ঞাতিবধ ভয়ে অশ্বমেধ যজ্ঞ কৰে ॥
তথায় আছয় তাৰ যজ্ঞৰ ঘোটক।
সৰ্ব্বসৈন্যে ৰক্ষা কৰে অৰ্জ্জুন ৰক্ষক ॥ ৩২৪০৩
ঘোৰাৰ বৃত্তান্ত চৰে কহিলেক যেবে।
আপুনাৰ ভাগ্য ৰাজা প্ৰশংসিলা তেবে ॥
পূৰ্ব্বজন্ম ফল মোৰ প্ৰসন্ন বিধাতা।
তাৰফলে যুধিষ্ঠিৰৰ ঘোৰা আইলা এথা ॥ ৩২৪০৪
অৰ্জ্জুনৰ স্নেহ হৈব ঘোৰাৰ কাৰণ।
অৱশ্যে আসিব ঐক প্ৰভু জনাৰ্দ্দন ॥
যথা কৃষ্ণ তথা পাৰ্থ জানিবা কাৰণ।
জন্মৰ সাফল ভৈলা দেখো নাৰায়ণ ॥ ৩২৪০৫
আজ্ঞা কৰি নৃপতিয়ে ঢোলত দিয়া বাৰি।
ধৰিলা তুৰঙ্গ গৈয়া সবসৈন্য বেঢ়ি ॥
যেনমতে আদেশ কৰিলা হংসধ্বজ।
সবসৈন্যে নৃপতি গৈলন্ত সবসাজ ॥ ৩২৪০৬
ধনুৰ্দ্ধৰ বীৰসবে সাজি ভৈলা আগে।
সেনাপতি বোলে থাকা বীৰ ভাগে ভাগে ॥
তেসন্তৰি সেনাপতি প্ৰধান ৰাজাৰ।
যাৰে যেহি সেনা লৈয়া সাজি নগৰৰ ॥ ৩২৪০৭
লক্ষে লক্ষে কোটি লৰে ময়-মত্ত হস্তী।
সংখ্যা নাহি লৰে যত ৰথী মহাৰথী ॥
একলক্ষ ঘোৰা লৰে বায়ুসম গতি।
নৱলক্ষ চলিলেক প্ৰধান ভূপতি ॥ ৩২৪০৮
সব বীৰ বিষ্ণুভক্ত হৰি পৰায়ণ।
হৰিভক্ত বিনে তৈতে নাহি একোজন ॥
জিতেন্দ্ৰিয় সত্যবাদী ধাৰ্ম্মিক কুলীন।
বিষ্ণুভক্ত তেজৱন্ত সংগ্ৰামে দাৰুণ ॥ ৩২৪০৯
অকুলীন অধৰ্ম্মী দাৰিদ্ৰ নাহি তাত।
উত্তম ৰসিক সবে বিক্ৰম ভৰত ॥
ভ্ৰাতৃসব লৰে ৰাজা গুণে অনুপাম।
চন্দ্ৰসেন চন্দ্ৰকেতু চন্দ্ৰধৰ নাম ॥ ৩২৪১০
ন্যায়ৱন্ত বলৱন্ত ধাৰ্ম্মিক সুন্দৰ।
শান্তমূৰ্ত্তি দানৱন্ত চাৰি সহোদৰ ॥
সুবল সুৰথ বীৰ সুদৰ্শন আৰ।
সুধন্বা প্ৰভৃতি নৱে ই চাৰি কুমাৰ ॥ ৩২৪১১
গজপৃষ্ঠে থাকি বীৰে দুন্দুভি বজাৱে।
আসিয়া মিলিলা সবে ৰাজাৰ আজ্ঞায়ে ॥
কৱচ কিৰীটি অস্ত্ৰ বিচিত্ৰ বসন।
পৰিতোষ কৰি ৰাজা দিলা জনে জন ॥ ৩২৪১২

নাৰীসব ৰঙ্গে চাৱে প্ৰাচীৰত চৰি।
পৰম আনন্দে চাৱে কৌতুকতে বেঢ়ি ॥
কৃষ্ণ অৰ্জ্জুনৰ যুদ্ধ চাইবে চক্ষু ভৰি।
জীৱন যৌৱন দেহা সাফলতা কৰি ॥ ৩২৪১৩
গজ বাজী চতুৰঙ্গে চায়া আনন্দিত।
তেবে সিংহনাদ কৰি বিক্ৰমে পূজিত ॥
তথাত সুধন্বা বীৰ সাজিয়া সত্বৰে।
মাতৃক জনাইবে গৈলা পুৰী অভ্যন্তৰে ॥ ৩২৪১৪
মাতৃক প্ৰণাম কৰি যুৰি দুইহাত।
বুলিবে লাগিলা বীৰ নমিয়া আগত ॥
তযু পদে মেলানি দিয়োক দেৱীমাৰ।
ধনঞ্জয় আসি আছে আমি যুদ্ধে যাওঁ ॥ ৩২৪১৫
মাতৃ বোলে যুদ্ধে চল যথা আছে হৰি।
মোৰ আগে অৰ্জ্জুনক আন বন্দী কৰি ॥
কৃষ্ণ হেন নাম খানি ৰাখিবা হৃদয়।
নাৰদ প্ৰভৃতি তথা যাহাক ভাৱয় ॥ ৩২৪১৬
কংসক ৰণত হৰি কৰিছে নিপাত।
হেন হৰি চক্ষু ভৰি দেখিবো সাক্ষাত ॥
ৰাত্ৰি দিনে হৰি ভাৱে দেৱ পুৰন্দৰ।
হেন প্ৰভু সমে তুমি কৰিবা সমৰ ॥ ৩২৪১৭
বহুকৰ্ম্ম কৰি দেখে নাৰীগণে যাক।
সংগ্ৰামে তুষিবা তুমি হেন কেশৱক ॥
কদাচিতো যুদ্ধে পুত্ৰ নহৈবা বিমুখ।
জিনিলে সৰ্ব্বত্ৰে যশ মৰে স্বৰ্গ-লোক ॥ ৩২৪১৮
ভাগ্যৱন্ত পুত্ৰ তুমি সাফল জীৱন।
যি কিছু বুলি মানে শুনা দিয়া মন ॥
অৰ্জ্জুন নিকটে হৰি থাকয় সতত।
ভক্তজন ত্যজি হৰি নযায় দুৰত ॥ ৩২৪১৯
সুৰভি নছাৰে যেন নিৰ্দ্দয় নিষ্ঠুৰ।
ভকত বৎসল প্ৰভু দয়াৰ ঠাকুৰ ॥
এতেকতে বৎস মই কহিলো নিশ্চয়।
কৃষ্ণৰ ধৰিবা দৃঢ় নামক হৃদয় ॥ ৩২৪২০
পাৰ্থক জিনিলে কৃষ্ণ আসিলন্ত পাশে।
সুৰভি আসয় যেন বৎস অভিলাষে ॥
সুধন্বা বোলয় মাই কহি আছা ভাল।
ইকৰ্ম্ম কৰিবো যদি ৰহয় গোপাল ॥ ৩২৪২১
সংগ্ৰাম কৰিবো আসি পৌৰুষ কৰিতে।
জিনিবো হাৰিবো আমি নপাৰি বুলিতে ॥
জয় পৰাজয় সবে দৈৱৰ কাৰণ।
বিমুখ নহৈবো কৃষ্ণ দেখিবো চৰণ ॥ ৩২৪২২
মাতৃক প্ৰণাম কৰি ভৈলন্ত বাহিৰ।
ভগিনীৰ ঠাইক তেবে চলে মহাবীৰ ॥
মাতৃতুল্য ভগিনীক নমিলন্ত শিৰে।
কহিবে লাগিলা বীৰ আগে হুয়া থিৰে ॥ ৩২৪২৩
তযুপদে মেলানি মাগোহো দেৱী মাৰ।
ধনঞ্জয় আসি আছে যুদ্ধে আমি যাওঁ ॥
তেবে তান ভগিনীয়ে দিলেক উত্তৰ।
মোৰ আশীৰ্ব্বাদে ভাই জিনি আস ঘৰ ॥ ৩২৪২৪
চল চল সাধু ভাই সাধু পাৰ্থ যুদ্ধে।
কৃষ্ণ হেন নামখানি থাকিবেক হৃদে ॥
মুৰ্খ মাতা পিতা মোৰ কি বুলিবো তোৰে।
কৃষ্ণক এৰিয়া মোক দিলা কাশীপুৰে ॥ ৩২৪২৫
সেহি ঠাই দিলা কিবা বলে নিলা হৰি।
আপোনাৰ কৰ্ম্মদোষ কি বুলিতে পাৰি ॥
ধন্য যে দ্বাৰকাপুৰ ধন্য সবে লোক।
কৃষ্ণক দেখিবা ভৈয়া বৰ ভাগ্য তোক ॥ ৩২৪২৬
ভগিনীৰ বাক্য শুনি বুলিলা বচন।
সত্যে সত্যে যুদ্ধে তযু পালিবো বচন ॥
এহি বুলি বাজ ভৈলা নমস্কাৰ কৰি।
প্ৰভাৱতী জনাইবাক গৈলা নিজ পুৰী ॥ ৩২৪২৭
স্বামীক দেখিয়া ৰামা আনন্দিত হুয়া।
নানা অলঙ্কাৰ পিন্ধে সুবেশ কৰিয়া ॥
পৰিধান পীতবস্ত্ৰ শিখত সিন্দুৰ।
কণ্ঠত মুকুতা হাৰ চৰণে নূপুৰ ॥ ৩২৪২৮
কাঞ্চন প্ৰদীপ হস্তে ধৰি দুৰ্ব্বা ধান্য।
অৰ্ঘ হস্তে ধৰি গৈল স্বামী বিদ্যমান ॥
আৰ আসি কটাক্ষে চাহিলা সুবদনী।
নিজস্থান সম্বোধিয়া বুলিলন্ত বাণী ॥ ৩২৪২৯

মোক এৰি কৈক যাহা শুনা প্ৰাণেশ্বৰ।
সম্প্ৰতি জনাইলো আসি ঋতুকাল মোৰ ॥
একপতিব্ৰতা নষ্ট হৈব আজি দিনে।
ঋতুৰক্ষা নকৰিয়া যাবা ভিন্ন স্থানে ॥ ৩২৪৩০
সংসাৰ কাৰণে পুত্ৰ হবে উতপত্তি।
সৰ্ব্বলোকে উপকাৰ হবে স্বৰ্গগতি ॥
এতেক কহিলো মই মনে ভাবি চাবা।
মোক পৰিহৰি কেনে আনস্থানে যাবা ॥ ৩২৪৩১
আমি এক সতী প্ৰভু কহো সত্যবাণী।
একস্বামী বিনে আমি দ্বিতীয় নজানি ॥
দাৰুণ হৃদয় প্ৰভু কৃপা নাহি মনে।
আগে ঋতু ৰক্ষা কৰা পাচে যায়ো ৰণে ॥ ৩২৪৩২
আগে আসি সত্য ৰাখা যদি স্নেহ থাকে।
পাচত চলিয়া যাবা কৃষ্ণ দেখিবাকে ॥
দেৱ দৈত্য গন্ধৰ্ব্ব কিন্নৰ মুনিগণে।
স্ত্ৰী দেখি মোহিত নহবে কোন জনে ॥ ৩২৪৩৩
পুত্ৰ নাহি আপুনি বিৰক্তি নাহি চিত্তে।
তাহাৰ কাৰণে কহো সত্য উপেক্ষিতে ॥
কৃষ্ণ পাৰ্থ আসি আছে যুদ্ধৰ কাৰণে।
বিলম্ব কৰিবে নৰো শীঘ্ৰে যাওঁ ৰণে ॥ ৩২৪৩৪
পঞ্চবাণে কৃষ্ণাৰ্জ্জুন জিনিবো নিশ্চয়।
তেবে আসি জন্মাইবোহো তোমাৰ তনয় ॥
প্ৰভাৱতী বোলে প্ৰভু কহি আছা ভাল।
ইকৰ্ম্ম কৰিবা আজি যি কৰে গোপাল ॥ ৩২৪৩৫
বিবেক তনয় আমি ধৰি আছো হৃদে।
কিমতে যাইবাহা তুমি মোক এৰি যুদ্ধে ॥
নাৰায়ণ সাৰথি অৰ্জ্জুন ধনুৰ্দ্ধৰ।
সি পুনু ফিৰিয়া যাইবে কেনে দেশান্তৰ ॥ ৩২৪৩৬
সংসাৰ দুৰ্ল্লভ জানা কৃষ্ণনাম খানি।
স্মৰণ মাত্ৰকে পাই মুক্তিপদ জানি ॥
এতেক জানিয়া কৰা হৃদয় চঞ্চল।
মুক্তিপদ পাইলে জানা পুত্ৰে কিবা ফল ॥ ৩২৪৩৭
সংসাৰে মোহিত হবে বন্দী মায়াজাল।
প্ৰভাৱতী বোলে প্ৰভু নকহিলা ভাল ॥
মায়া চাৰি মুক্ত হুয়া ফুৰয় নাৰদ।
তাৰাসে ভাৱয় হৃদে কৃষ্ণ মহাপদ ॥ ৩২৪৩৮
আৰাধে তাহান পদ কৃষ্ণ পাইবা আশে।
সেৱয় ব্যাসক আদি মুক্তি পাইবা আশে ॥
আপুনি জন্মিলা হৰি দৈৱকী উদৰে।
পুত্ৰ পাই জন্মাইলন্ত তৰিবে সংসাৰে ॥ ৩২৪৩৯
এতেক জানিয়া মই কহিলো কাৰণ।
পুত্ৰ ভৈলে তাৰ বৃদ্ধি বংশৰ নন্দন ॥
সুধন্বা বোলয় প্ৰিয়া ভয় লাগে চিতে।
এখন নপাৰি আমি সত্য উপেক্ষিতে ॥ ৩২৪৪০
গজ বাজী ধ্বজ সৈন্য নাহিকয় শঙ্কা।
সৰ্ব্ব সৈন্য ৰহি আছে কৰিয়া অপেক্ষা ॥
বৃদ্ধৰাজা সাজি তেবে আছয় আপুনে।
সংগ্ৰাম কৰিবে হেতু অৰ্জ্জুনৰ সমে ॥ ৩২৪৪১
ৰাজাৰ হৈবেক কোপ সত্বৰে নগেলে।
তিলমাত্ৰ ব্যক্ত ভৈলে পলাইব সকলে ॥
ঋতু উপেক্ষিয়া পাচে জিনি আহোৰণ।
দিবাক সম্ভোগ স্ত্ৰীক নোহে সাধুজন ॥ ৩২৪৪২
বজাৱে দুন্দুভি বাদ্য ৰাজাৰ আজ্ঞায়।
তাক শুনি সব সৈন্য অপাৰ চলয় ॥
এহি শুনি প্ৰভাৱতী পুনু বুলিলেক।
দাৰুণ হৃদয় তযু নাহিকে বিবেক ॥ ৩২৪৪৩
আমি নাৰী জিনিতে নপাইবা যে কামে।
কিমতে জিনিবা ৰণে কৃষ্ণাৰ্জ্জুন সমে ॥
পাৰ্থ সম নাহি বলী কি দিম উপমা।
একো একো বীৰসম কি কহি মহিমা ॥ ৩২৪৪৪
যোড়শ বৎসৰ আজি ঋতুকাল মোৰ।
হেন কালে যাইবে খোজা কৰিবে সমৰ ॥
আপুনি জানাহা প্ৰভু শাস্ত্ৰ ধৰ্ম্ম যত।
ব্ৰহ্মবধ সম হবে এক ঋতু পাত ॥ ৩২৪৪৫
ঋতুকাল পিতৃশ্ৰাদ্ধ একাদশী ব্ৰত।
একেদিনে তিনি কৰ্ম্ম ভৈলা উপাগত ॥
ঋতুপাতে ব্ৰহ্মবধ ব্ৰতভঙ্গে পাপ।
শ্ৰাদ্ধ নকৰিলে দেই পিতৃগণে শাপ ॥ ৩২৪৪৬

কহ কহ প্ৰভু আৰ কাক উপেক্ষিবে।
সুধন্বা বোলয় প্ৰিয়া তিনিকো কৰিবে ॥
প্ৰথমে কৰিবো শ্ৰাদ্ধ শেষে ঋতুদান।
উপবাসে থাকিয়া কৰিব ঋতুদান ॥ ৩২৪৪৭
প্ৰভাৱতী বোলে প্ৰভু কহি আছা ভাল।
শ্ৰাদ্ধ ব্ৰত নোহে তুল্য এক ঋতুকাল ॥
তথাপি যাইবেক খোজা বঞ্চিয়া আমাৰে।
বিনা ঋতু উপেক্ষিয়া আমাৰ উদৰে ॥ ৩২৪৪৮
এহি বুলি গলে চাপি ধৰি দুই ভুজে।
শালতৰু লতা যেন বেঢ়ে গিৰিৰাজে ॥
তাক দেখি সুধন্বা বিস্ময় ভৈলা মতি।
নজানো কি বোলে মোক বৃদ্ধ নৰপতি ॥ ৩২৪৪৯
ৰাজআজ্ঞা ঋতুপাত ব্ৰতভঙ্গ ভয়।
ইতিনি আশঙ্কা কৰ্ম্ম সবে ত্যাগ লয় ॥
নযাইবো অৰ্জ্জুন আমি এখনে বিৰুদ্ধে।
ঋতু অপক্ষণ কৰি পাচে যাইবো যুদ্ধে ॥ ৩২৪৫০
নৃপতি পলাইব তাক শঙ্কা নাহি তাৰে।
যি হৌক সি হৌক গতি কৃষ্ণে যিবা কৰে ॥
এতেক ভাবিয়া বীৰে থিৰ কৰি চিত্ত।
সৰ্ব্বধৰ্ম্ম ৰক্ষা হৰে পালিলেসে ঋতু ॥ ৩২৪৫১
কৱচ কিৰীটি অস্ত্ৰ ধনুবাণ সমে।
ৰণভয়ে ৰণবস্ত্ৰ ইতি অনুক্ৰমে ॥
যত্নে বীৰচিত্ত সব ত্যজি পালি ঋতু।
প্ৰভাতে চলিয়া গৈলা সংগ্ৰামৰ হেতু ॥ ৩২৪৫২
যৈত ৰাজা হংসধ্বজ নৃপ মহাবলী।
যত যত বীৰগণ চাইলন্ত নিহালি ॥
গজ বাজী সৈন্যগণ আছিছে আপাৰ।
সবে বীৰ দেখে নাই সুধন্বা কুমাৰ ॥ ৩২৪৫৩
কি হেতু সুধন্বা বীৰ ভৈলন্ত-কুমতি।
ক্ষত্ৰ বংশে জন্মি কিনো ৰাখিলা কুখ্যাতি ॥
প্ৰতিজ্ঞা লঙ্ঘিয়া কেনে ৰহি আছে তথা।
অৰ্জ্জুন আছিছে হেন সুশুনিছে কথা ॥ ৩২৪৫৪
ৰাজা বোলে অনুচৰ চল শীঘ্ৰ কৰি।
যৈত আছে সুধন্বাক আনা কেশে ধৰি ॥
ধৰণী লোতায়া তনু তাৰিয়া নিৰ্ঘাত।
সৰ্ব্ব সৈন্য আগে লৈয়া আছিছে উচিত ॥ ৩২৪৫৫
তৈলকটা কৰি তাক মনে নাহি ভীত।
কেশে ধৰি আনিবাহা আমাৰ সাক্ষাত ॥
হংসধ্বজ নৃপতিৰ আজ্ঞা পাই চৰে।
মুষলক হাতে লৈয়া চলিলা সত্বৰে ॥ ৩২৪৫৬
ৰথে চলি সুধন্বা সত্বৰে আসে ৰণে।
পথে দৰশন পাইলা অনুচৰগণে ॥
সুধন্বাক দেখি চৰে বুলিলেক ক্ৰোধে।
কি কৰ্ম্ম কৰিয়া তুমি নাহিলাহা যুদ্ধে ॥ ৩২৪৫৭
সৰ্ব্ব সৈন্য সাজি আছে যুদ্ধৰ সন্ধানে।
পুত্ৰ পৌত্ৰ আসি আছে তুমি মাত্ৰ বিনে ॥
গজ বাজী আসি আছে চতুৰঙ্গ দলে।
তোমাক অপেক্ষা কৰি আছন্ত সকলে ॥৩২৪৫৮
প্ৰতিজ্ঞা কৰিয়া ভঙ্গ ৰহি আছে ঘৰে।
তৈলকটা অগ্নি আছে শঙ্কা নাহি তোৰে ॥
ৰাজাৰ আদেশে আমি লৈয়া যাওঁ ধৰি।
ধৰণী লোতয় তনু অঘূৰ্ণতা কৰি ॥ ৩২৪৫৯
অনুচৰ মুখত শুনিলা যত যত।
আচম্বিতে মাথে যেন ভৈলা বজ্ৰপাত ॥
হৃদয়ে ভাবিয়া দুখ বিবৰ্ণ বদন।
সত্বৰে মিলিলা যাই বাপৰ সদন ॥ ৩২৪৬০
পিঠিত পেলায়া টোণ হাতত কাৰ্ম্মুক।
থিয়ায়ে ৰহিলা গৈয়া বাপৰ সমুখ ॥
সুধন্বা দেখয় ক্ৰোধে ৰাজা হংসধ্বজ।
কেশৰী ৰহিলা যেন দেখি মত্ত গজ ॥ ৩২৪৬১
ৰাজা বোলে সুধন্বা বিমতি কেনে তোৰ।
ঘৰে কেনে ৰহি আছা ত্যজিয়া সমৰ ॥
এহি শুনি সুধন্বা বোলে লাজ পৰিহাৰ।
বাজ কৰি ৰাখিছিল বধুৱে আমাৰ ॥ ৩২৪৬২
সম্পূৰ্ণ ষোড়শ আজি পালিবাক ঋতু।
ক্ষণেক বিলম্ব মোৰ সেহি কৰ্ম্ম হেতু ॥
ৰাজা বোলে ক্ষত্ৰিয়ৰ নোহে এহি ধৰ্ম্ম।
ষোড়শী দিনৰ মধ্যে কৈলা হেন কৰ্ম্ম ॥ ৩২৪৬৩

গোবিন্দৰ সখা বীৰ আহিছে অৰ্জ্জুন।
ইসব বৃত্তান্ত কথা কৰ্ণে নাহি শুন ॥
ধিক তোৰ বলবীৰ্য্য ক্ষত্ৰধৰ্ম্ম নীত।
বিমুখ হলিহি তই কুলৰ বৰ্জ্জিত ॥ ৩২৪৬৪
ঘোৰাৰ ৰক্ষক হুই আসি আছে পাৰ্থ।
অনেক আহিছে বীৰ তাহাৰ সাক্ষাত ॥
জ্ঞান বিবৰ্জ্জিত তোৰ কণ্টকৰ হিয়া।
কৃষ্ণনাম শুনি ঘৰে বসি আছা কিয়া॥ ৩২৪৬৫
জিনিলে সকলে যশ মৰি স্বৰ্গ পায়।
হেন যুদ্ধ আসিয়া মিলিলা সমুদায় ॥
সংগ্ৰাম সঙ্কট ঘোৰ পুৰী বৈলা শুনি।
সুধন্বা বোলয় মই ধৰ্ম্ম আছো জানি ॥ ৩২৪৬৬
ঋতু অপেক্ষাত পৰে থাকো কামভাৱে।
ভস্ম হুয়া মৰো মই তাম্ৰকটা ঘাৱে ॥
ৰাজা বোলে ইবাক্যত নাহিকে প্ৰত্যয়।
তাম্ৰকটা তৈল মধ্যে পেলাইবো নিশ্চয় ॥'৬৭
লঙ্ঘিলা প্ৰতিজ্ঞা মোৰ গৰ্ব্ব ধৰি মনে।
আৰ যেন ইমত নকৰে কোন জনে ॥
ৰাজা বোলে অনুচৰ চলিয়ো ত্বৰিত।
যথাত আছয় মোৰ দুই পুৰোহিত ॥ ৩২৪৬৮
শঙ্খ লিখিত নামে দুই পুৰোহিত।
তাহাৰ আজ্ঞায় বিনে নকৰো নিন্দিত ॥
শাস্ত্ৰ অনুসাৰে মই যেন নীতি ধৰ্ম্ম।
তান আজ্ঞা বিনে মই নকৰো অকৰ্ম্ম ॥ ৩২৪৬৯
ৰাজাৰ আজ্ঞাক লৈয়া গৈলা অনুচৰ।
যথাত আছয় বিপ্ৰ দুই সহোদৰ ॥
প্ৰণাম কৰিয়া বোলে শুনা মহাভাগে।
ৰাজাৰ আদেশে মই আইলো তযু আগে ॥'৭০
শুনিয়োক গুৰুদেৱ আদেশ ৰাজাৰ।
জনাইবাক আইলো মই আদেশ তোমাৰ ॥
জনাইবাক আইলো গোসাই আগত তোমাৰ।
সমস্তে কহিলো গোসাই কৰিয়া প্ৰচাৰ ॥ ৩২৪৭১
সুধন্বাই প্ৰতিজ্ঞা লঙ্ঘিলা দৈৱগতি।
যাত্ৰা কৰি ৰাহাস্তে ৰাখিলা প্ৰভাৱতী ॥
সম্পূৰ্ণ ষোড়শী ৰামা আজি দিনে ভৈল।
সেহি হেতুতেসে বীৰে ঋতু অপেক্ষিল ॥'৭২
ইহাত কি কৰ্ম্ম যোগ্য কি কৰিতে লাগে।
জানিয়া আদেশ মোক কৰা গুৰুভাগে ॥
এহিশুনি ক্ৰোধ কৰি ব্ৰাহ্মণ লিখিত।
বুজি আছে নৃপতিয়ে ৰাজধৰ্ম্ম নীত ॥ ৩২৪৭৩
পূৰ্বে কেনে দৃঢ় কৰি সত্য কৰে চিত্তে।
সঙ্কল্প কৰিলা কেনে সভাৰ বিদিতে ॥
প্ৰতিজ্ঞা লঙ্ঘয় যেই সভাৰ ভিতৰে।
ধৰিয়া পেলাইবো তাক তাম্ৰকটা তৈলে ॥'৭৪
কিবা পুত্ৰ কিবা ভ্ৰাতৃ কিবা বন্ধুজন।
নকৰিবো অন্যথা লঙ্ঘিলে বচন ॥
হৰিশ্চন্দ্ৰ নামে ৰাজা জন্মে সূৰ্য্যবংশে।
বিশ্বামিত্ৰে ৰাজ্য দিলা সত্য কৰি কিসে ॥'৭৫
সৰ্ব্বকাৰ্য্য এৰি তেবে সৈন্য সমন্বিত।
ৰাজ্য হস্তে তিনিজনে বাহিৰত স্থিত ॥
তিনিজনে পিন্ধিলেক গাছৰ বাকল।
বাৰাণসী তীৰে গৈলা ক্ষুধায়ে বিকল ॥ ৩২৪৭৬
স্ত্ৰী বেচি পুত্ৰ বেচি বিকাই আপুনাক।
তথাপি দিলন্ত ৰাজা যজ্ঞ দক্ষিণাক ॥
সৰ্পবিষে পুত্ৰ মৰে ব্ৰাহ্মণৰ স্থানে।
শ্মশানত পৰিচয় ভৈল তিনি জনে ॥ ৩২৪৭৭
আপুনাৰ কৰ্ম্ম নিন্দি বিধাতা স্মৰিল।
তথাপিতো হৰিশ্চন্দ্ৰে সত্যক নেৰিল ॥
পূৰ্বে দশৰথ ৰাজা সূৰ্য্যবংশে ভৈলা।
সত্য ৰাখি কৈকেয়ীক অযোধ্যাক দিলা ॥৩২৪৭৮
ৰামচন্দ্ৰ হেন পুত্ৰ বনক পঠাইলা।
প্ৰাণক ত্যজিলা ৰাজা সত্য নভাঙ্গিলা ॥
ত্যাগিয়া ধৰ্ম্মৰ পথ কৃষ্ণৰ প্ৰসঙ্গ।
পুত্ৰক গৌৰৱ কৰি সত্য কৰি ভঙ্গ ॥ ৩২৪৭৯
আপুনি নকৰে কৰ্ম্ম ধৰ্ম্মক বিচাৰি।
আমাক বোলায়ে পঠাই উপহাস্য কৰি ॥
জপিয়া কৃষ্ণৰ নাম তপ ধৰ্ম্ম যত।
মৌনব্ৰত কৰিয়া থাকিবো অৱশ্যত ॥ ৩২৪৮০

এহি বুলি ঋষি কমণ্ডলু হাতে ধৰি।
চলিলেক দুই দ্বিজ ৰাজ্য পৰিহৰি॥
তাক দেখি অনুচৰে ত্ৰাস পাইলা মনে।
সত্বৰে জনাইলা গৈয়া নৃপতিৰ স্থানে॥ ৩২৪৮১
দুই দ্বিজ বনে যাই মনে কৰি কষ্ট।
তোমাক বিৰূপ বুলি সত্যে কৰি ভ্ৰষ্ট॥
তাক শুনি ৰাজা ভৈলা মনত তৰঙ্গ।
কি কৰিবো, মনে মোৰ সত্য ভৈল ভঙ্গ॥৩২৪৮২
সুধন্বা পেলায়ো নিয়া তৈলকটা তুলি।
দুই দ্বিজ আন গৈয়া বহুবাক্য বুলি॥
ৰাজাৰ আদেশ পায়া যত অনুচৰে।
সুধন্বাক লৈয়া গৈলা তৈলকটা তৰে॥ ৩২৪৮৩
বলাধিক মন্ত্ৰী আসি সুধন্বাক বোলে।
ৰাজাৰ আদেশ তোক পেলাইবোঁহো তৈলে॥
এহি শুনি সুধন্বাৰ চিন্তা ভৈলা মনে।
এক চিত্তে ভক্তি কৰে মাধৱ চৰণে॥ ৩২৪৮৪
মনুষ্য হৈবাৰ তেবে শুনা নিজ কাম।
স্বস্তিবৰসুত কহে বোলা ৰাম ৰাম॥

---

সত্যভঙ্গ অপৰাধত সুধন্বাক তপত তৈল-কুণ্ডত পেলাবলৈ ৰজাৰ আদেশ আৰু সুধন্বাৰ বিষাদ

ছবি

গৈলন্ত কুণ্ডৰ পাশ মনে পাইলা বৰ ত্ৰাস
শোকাকুলে ভৈলন্ত বিকল।
আপুনাৰ কৰ্ম্ম নিন্দি হা হা কি দাৰুণ বিধি
কেনে দিলা দুখ আখণ্ডল॥
মৰণক নাহি ভয় অৱশ্যে মৰণ হয়
নৰৰূপে জন্মিয়া ধৰণী।
এহিসে ৰহিল দুখ নেদেখিলো চান্দ-মুখ
নাৰায়ণ দেৱ চক্ৰপাণি॥ ৩২৪৮৫
অৰ্জ্জুনৰ বাণে মোৰ নেদেখিলা কলেৱৰ
যুদ্ধ নকৰিলো তান সমে।
মোৰ বাণে ধনঞ্জয় নেদেখিলো তাঙ্ক মই
এহি দুখ ৰৈল মোৰ মনে॥
গজ বাজী সৈন্য তাৰ নকৰিলো তাক মাৰ
অস্ত্ৰাঘাতে খণ্ড খণ্ড কৰি।
কি ভৈলো চোৰৰ মত প্ৰাণ মোৰ হৰে হত
কেনে হেন কৰিলা শ্ৰীহৰি॥৩২৪৮৬
এহিমতে কান্দে বীৰ নয়নে পৰয় নীৰ
হৰি হৰি ছাৰিয়া নিশ্বাস।
কহে গঙ্গাদাস সেনে শান্ত কৰা বীৰ মনে
কৃষ্ণভক্ত নহোৱে বিনাশ॥ ৩২৪৮৭

---

কৃষ্ণনাম-মাহাত্ম্য

পদ

বিষাদ ভাবিয়া বীৰে কৃষ্ণ কৃষ্ণ বোলে।
হৃদয়ে ভাবিয়া দুখ মন কৌতূহলে॥
তুমিসে পৰম ব্ৰহ্ম জগততে সাৰ।
তুমি বিনে অনাথৰ গতি নাই আৰ॥ ৩২৪৮৮
লুকায়া পাপক কৰে যিসকল নৰে।
তিল মাত্ৰ গোপ্য নাহি তোমাৰ গোচৰে॥
ঋতু ৰক্ষা পৰে যদি থাকো কামভাৱে।
তাম্ৰকটা তৈলে পৰি মৰো ভস্ম যাৱে॥ ৩২৪৮৯
পূৰ্ব্বে যেন দ্ৰৌপদীক কৰি পৰিত্ৰাণ।
বস্ত্ৰৰূপে সভামধ্যে কৈলা উপাদান॥
এহিবুলি মজিলেক তাম্ৰকটা মধ্যে।
দৃঢ়জ্ঞানে ভজি কৃষ্ণনাম জপে হৃদে॥ ৩২৪৯০
একমনে কৃষ্ণ জপে দৃঢ় কৰি চিত্ত।
সৰোবৰ মধ্যে যেন পদ্ম বিকশিত॥
গ্ৰীষ্মৰ কালত যেন চন্দন শীতল।
আনন্দে আছয় যেন কুণ্ডৰ ভিতৰ॥ ৩২৪৯১
সৰ্ব্বলোকে দেখিয়া বিস্ময় ভৈলা মতি।
সাধু সাধু সুধন্বা তই কৰিছ ভকতি॥

সুধন্বাৰ সত্য দেখি যত বীৰগণ।
ৰোমাঞ্চিত ভৈল তনু নোলায় বচন ॥ ৩২৪৯২
সেহিকালে হংসধ্বজ পঠাইলন্ত চৰ।
যত্ন কৰি আন গৈয়া দুই দ্বিজবৰ ॥
দুই দ্বিজে বোলে তেবে ৰাজাৰ বিদিত।
বুজিবে নোৱাৰো তযু পুত্ৰৰ চৰিত্ৰ ॥ ৩২৪৯৩
কিবা মোহ শুদ্ধি কিবা জানে কি মোহন।
অগ্নিক নুমাইছে কিবা কৰিয়া স্তম্ভন ॥
মন্দকৰ্ম্ম জানে কিবা হঠে অগ্নি ৰহে।
বুজিলোহো তৈল কিবা তপ্ত নাহি হোৱে ॥'৯৪
মুখভৰি কিবা জপে কুণ্ডমধ্যে বসি।
বদনকোমল দেখি নৱ পূৰ্ণশশী ॥
ৰাজা বোলে বস্তু কিছু পেলায়ো ইহাতে।
তপ্ত নাহি তৈল কিবা বুজোহো সাক্ষাতে ॥ '৯৫
তেবে নাৰিকল আনি পেলাইলেক কুণ্ডে।
দুই খান ভৈল পৰি দুই দ্বিজ মুণ্ডে ॥
ললাটত ভৈল ঘাৱ দুখৰ প্ৰচুৰ।
শোণিত স্ৰৱয় যেন শিখাত সিন্দুৰ ॥ ৩২৪৯৬
বিস্ময় ভৈলন্ত পাচে দুই দ্বিজবৰ।
নিশব্দ ভৈলন্ত পাচে দুই দ্বিজবৰ ॥
জৈমিনী বোলয় কথা শুনা ভাৰতৰ।
ঘুষিয়োক ৰাম ৰাম লোক নিৰন্তৰ ॥ ৩২৪৯৭

---

সুধন্বাৰ শুদ্ধ ভক্তিক প্ৰশংসা কৰি যুদ্ধলৈ প্ৰেৰণ
আৰু বৃষকেতু-প্ৰদ্যুম্নৰ লগত সুধন্বাৰ যুদ্ধ

পদ

পুনৰ্ব্বাৰ ৰাজা শোধে জৈমিনী আগত।
কহিয়োক ঋষি তুমি ভৈলা কেনমত ॥
শুনিতে অপূৰ্ব্ব কথা অমৃত ভাষিত।
সাধুৱৰী সুধন্বাৰ বিষ্ণুভক্তি চিত্ত ॥ ৩২৪৯৮
জৈমিনী বোলয় কথা শুনা নৃপমণি ॥
কৃষ্ণৰ মহিমা কথা অনন্তে নজানি ॥
দয়াৰ ঠাকুৰ হৰি ভকত বৎসল।
অনাথৰ নাথ হৰি কৰুণা কোমল ॥ ৩২৪৯৯
তৈলকটা মধ্যত আছয় আনন্দিত।
তাক দেখি দুই দ্বিজ ভৈলা তৰসিত ॥
দূত পঠাইলেক বাৰ্ত্তা বুজিয়োক সাৰ।
কিবা জপে কিবা বোলে সুধন্বা কুমাৰ ॥ ৩২৫০০
দূতে আসি দেখিলেক সুধন্বাক চাই।
মুখ ভৰি কিবা জপে বুজন নযায় ॥
সুধন্বাই বোলে দূত শুনা কহো বাক।
কৃষ্ণনাম বিনে মই নজপো আনক ॥ ৩২৫০১
হৰিসে বান্ধৱ মোৰ হৰিসে সম্পদ।
যাহাৰ প্ৰসাদে তৰো দুৰ্ঘোৰ আপদ ॥
পুনৰ্ব্বাৰ কৈলা দূতে ঋষিৰ সমীপে।
কহিলা সুধন্বা যত কৃষ্ণনাম জপে ॥ ৩২৫০২
এহি শুনি সুধন্বাক দ্বিজে প্ৰশংসয়।
সাধু সাধু মহাবীৰ কৃষ্ণনাম লয় ॥
বিচাৰ নাহিকে জানা আতি দৃঢ় বুক।
হেন বৈষ্ণৱক আমি দিলো এত দুখ ॥ ৩২৫০৩
হা হা কৰি নিজধৰ্ম্ম আপুনাক নিন্দি।
কেনে জগন্নাথ মোক দিলা হেন বুদ্ধি ॥
আমি সম পাতকী ভুৱন মধ্যে নাই।
প্ৰাণান্তিক প্ৰায়শ্চিত্ত কৰিলা গোসাই ॥ ৩২৫০৪
এহি বুলি হৃদয়ে ভাবিয়া দুখ কথা।
সুধন্বাৰ কাষে গৈল তৈলকটা যথা ॥
তৈলকটা মধ্যে পাচে সুধন্বাক তুলি।
হৰিষে তুলিয়া দুয়ো কৰে কোলা কোলি ॥ '০৫
সুধন্বাক স্তুতি কৰি মাগে দুই দ্বিজে।
আজি পৰশিলো তযু শৰীৰক কাজে ॥
সাধু সাধু সুধন্বা যে শুদ্ধ তোৰ চিত্ত।
দাৰুণ ব্ৰাহ্মণ আমি বিচাৰ বৰ্জ্জিত ॥ ৩২৫০৬
তৈল মধ্যে পেলাইলো নিষ্ঠুৰ হুয়া চিত্তে।
অব্যাহতে ত্ৰাণ ভৈলা আপুনাৰ সত্যে ॥
এহি দুখ হৃদয়ত নধৰিবা তাপ।
ৰথে আৰোহণ কৰি যুদ্ধে চলা বাপ ॥ ৩২৫০৭

ধনঞ্জয় আসি আছে গোবিন্দৰ সখা।
শুভক্ষণে হুয়ো গৈয়া তান সমে দেখা ॥
এহি যুদ্ধে বৰ লাভ কহো শুনা তাক।
কৃষ্ণমুখ দেখি কৰা জন্মৰ সাৰ্থক ॥ ৩২৫০৮
এহি বুলি নৃপতি ঢোলত দিলা বাৰি।
ধৰ মাৰ কৰি গৈলা সৰ্ব্ব সৈন্য বেঢ়ি ॥
ঘোৰাক ৰাখিয়া গৈলা আপুনাৰ স্থানে।
ধূপ দীপ দিয়া ঘোৰা পূজিলা বিধানে ॥ ৩২৫০৯
ঘোৰা পূজি চলিলেক সংগ্ৰামক তৰে।
যথাত আছয় বীৰ পাৰ্থ ধনুৰ্দ্ধৰে ॥
দীৰ্ঘধ্বজে চাৰিৰথ বিচিত্ৰ পতাকা।
চাৰিভিতি সৈন্যসব নাই লেখা জোখা ॥ ৩২৫১০
মহাৰথীগণ যত দেখিতে শোভিত।
বায়ুসম কৰি ৰথ চামৰে বেষ্টিত ॥
সুবৰ্ণৰ মালা গলে হাতে দিব্য ধনু।
বীৰসব প্ৰসন্ন আকাশে যেন ভানু ॥ ৩২৫১১
যুদ্ধক সমুখে ৰহি আছে বীৰবল।
ধৰিয়া বিচিত্ৰ বাণ গগন মণ্ডল ॥
সুধন্বা সুৰথ আৰো সুমতি সুধৰ্ম্মা।
বীৰকেতু পূৰ্ণভাগ ৰথ ৰথী সমা ॥ ৩২৫১২
দুন্দুভি শবদ বাজে দগৰ মাদাল।
ঢাক ঢোল নানা বাদ্য কৰে কোলাহল ॥
প্ৰসন্ন বদন ভৈল সৰ্ব্ব সৈন্যচয়।
দেখিয়া বিস্ময় মন ভৈলা ধনঞ্জয় ॥ ৩২৫১৩
প্ৰদ্যুম্ন সাত্যকি আৰ কৃতবৰ্ম্মা বীৰ।
বৃষকেতু মহাবীৰ দুৰ্জ্জয় শৰীৰ ॥
যৌৱনাশ্ব অনুশাল নীলধ্বজ নৃপ।
ই সকল বীৰসব আসিল সমীপ ॥ ৩২৫১৪
সম্বুধিয়া ধনঞ্জয় বুলিলা বচন।
ঘোৰা নিলা হংসধ্বজে কি হৈব এখন ॥
এহি শুনি কামে বোলে শুনা ধনুৰ্দ্ধৰ।
কৃষ্ণে কহি আছে বাক্য চিত্তে লবে মোৰ ॥৩২৫১৫
পিতা কৃষ্ণে অঙ্গীকাৰ কৰিছে পূৰ্ব্বত।
যুধিষ্ঠিৰ নৃপতিৰ ভীম অনুগত ॥

ধনঞ্জয় পৰে মোৰ নাহি বন্ধুজন।
সংগ্ৰাম সঙ্কটে মই কৰিবো পালন ॥ ৩২৫১৬
তাক পাসৰিলা হেন লবে মোৰ মন।
যাৱত আছয় মোৰ কণ্ঠাগত প্ৰাণ ॥
সুধন্বা সুৰথ আৰো যত বন্ধু জন।
তীক্ষ্ণ শৰাঘাতে সবে যাইব যমস্থান ॥ ৩২৫১৭
প্ৰদ্যুম্নৰ বচনক শুনি কৌতুহলে।
অৰ্জ্জুনক সম্বুধিয়া বৃষকেতু বোলে ॥
নিচিন্তিয়া থাকা খুৰা তুমি সুখে বসি।
মোৰ মনে সৈন্যসব তৃণ হেন দেখি ॥ ৩২৫১৮
হংসধ্বজ সৈন্য জিনি বীৰগণ যত।
আনি দিবো যজ্ঞ-ঘোৰা তোমাৰ আগত ॥
এহি বুলি বৃষকেতু সিংহনাদ কৰে।
হংসধ্বজ সৈন্য প্ৰতি ধাইলন্ত সত্বৰে ॥ ৩২৫১৯
ৰথত উঠিয়া বীৰ ধনু লৈলা হাতে।
থিয়য়ে ৰহিলা গৈয়া সুধন্বা আগতে ॥
কিৰিটি কুণ্ডল গলে গজমুক্তা হাৰ।
দেখিয়া সুধন্বা বীৰে কৰিলা প্ৰচাৰ ॥ ৩২৫২০
বিচিত্ৰ কৱচ গাৱে দেখিতে শোভন।
ইন্দ্ৰৰ সমান দেখি হাতে শৰবাণ ॥
সূৰ্য্যৰ সমান দেখি তেজ পূৰ্ণময়।
অনুমানে জানে হেন বীৰ ধনঞ্জয় ॥ ৩২৫২১
কোন বংশে জন্ম তুমি কাৰ হোৱা পুত্ৰ।
আপুনি জনাই কহা কিবা নাম গোত্ৰ ॥
বৃষকেতু বোলে শুনা লৱা পৰিচয়।
কাশ্যপ কুলত জন্ম সূৰ্য্য পিতামহ ॥ ৩২৫২২
জগত প্ৰসিদ্ধ দাতাকৰ্ণ সেনাপতি।
বৃষকেতু নাম মোৰ তান যে সন্ততি ॥
এহি শুনি হাসিয়া বুলিলা সুধন্বায়।
অল্পজন্তু হুয়া বেটা জাতিয়ে বেঢ়ায় ॥ ৩২৫২৩
সুধন্বা আমাৰ নাম যমৰ সোদৰ।
জাতিত ক্ষত্ৰিয় আমি চম্পক ঈশ্বৰ ॥
মধুকুল্য গোত্ৰ মোৰ ৰাজবংশে জাত।
হংসধ্বজসুত আমি জনালো তোমাত ॥ ৩২৫২৪

জগত প্ৰসিদ্ধ সূৰ্য্য জগত পালক।
তাহান তনয় সূৰ্য্য কৰ্ণৰ বালক॥
ইসব প্ৰমাণ কৰি চল মোৰ ঠাই।
তিলমাত্ৰ ৰহ আগে খণ্ডাইবোহো টাই ॥৩২৫২৫
বৃষকেতু বোলে বীৰ মিছা কৰা গৰ্ব্ব।
সংগ্ৰামে পশিলে জানি যাৰ যিবা দৰ্প॥
এহিবুলি বৃষকেতু ক্ৰোধ কৰি মনে।
সৈন্য সমে সুধন্বাক খেপিলেক বাণে॥ ৩২৫২৬
তাক দেখি সুধন্বা কোপিত কৰি মনে।
ধনু ধৰি বায়ুবাণ এৰিলা তেখনে॥
তৃণ হেন বৃষকেতু উকৰাইলা বেগে।
ভূমিত পেলাইলা নিয়া অৰ্জ্জুনৰ আগে॥ ৩২৫২৭
ক্ষণেকে চেতন পাইলা কৰ্ণসুত বীৰে।
ৰণস্থলী প্ৰবেশিয়া গৈলা অভ্যন্তৰে॥
কোপ কৰি বীৰগণ হংসধ্বজ গণ।
মণ্ডলী কৰিয়া বেঢ়ে কৰ্ণৰ নন্দন॥ ৩২৫২৮
চাৰি ভিতি ধনু ধৰি বিষম সন্ধান।
সৈন্যসব কাটিয়া কৰিলা খান খান॥
শক্তিশেল এৰে বীৰে বাণ ভিণ্ডিপাল।
নানাবিধ শূল আৰো বিচিত্ৰ বিশাল॥ ৩২৫২৯
মেঘে যেন বৃষ্টি কৰে সেহিমত বাণ।
বৃষকেতু বীৰে তাক কৰিলেক ছন্ন॥
বাসুদেৱ স্মৰি যেন পাপ নাহি ৰয়।
সেহিমতে বীৰসব কাটি কৈলা ক্ষয়॥ ৩২৫৩০
অস্ত্ৰ নিবাৰিয়া বীৰে পৰম হৰিষে।
হংসধ্বজ সৈন্য কাটি পেলাইলা নিশেষে॥
শৰবৃষ্টি কৰি চাইলা গগন সংসাৰ।
অস্ত্ৰে শস্ত্ৰে সৰ্ব্বসৈন্য কৰিলা সংহাৰ॥ ৩২৫৩১
তাক দেখি সুধন্বাই অগ্নি হেন জ্বলি।
বৃষকেতু লাগি শৰ হানে মহাবলী॥
গজ বাজী সৈন্যসৰ কাটিলা ৰণত।
বাণে হানি সৰ্ব্বসৈন্য কৰি জৰ্জ্জৰিত॥ ৩২৫৩২
ৰণস্থলী নেদেখিয় বাণে অন্ধকাৰ।
বাণ কাটি বৃষকেতু ভৈলা পয়োসাৰ॥
ধ্বজ বাণ সাৰথি সহিতে সুধন্বাকে।
পঞ্চবাণে বৃষকেতু হানিলন্ত বুকে॥ ৩২৫৩৩
পুনৰপি প্ৰবেশিলা সংগ্ৰাম ভিতৰ।
সৈন্যসব কাটিয়া কৰয় মহামাৰ॥
গৃধ্ৰপখা দিয়া চাইল ভয়ঙ্কৰ বাণ।
শিলাত শণাইলা বাণ বজ্ৰৰ সমান॥ ৩২৫৩৪
বিচিত্ৰ ব্যঞ্জনচয় আনন্দিত বেশে।
ক্ৰোধ কৰি সমষ্টকে ছেদিলা নিশেষে॥
ৰণগত অশ্ব ৰথ সাৰথি সমস্ত।
চক্ৰে কাটি বৃষকেতু পেলাইলা ভূমিত॥ ৩২৫৩৫
কাহাৰো কাটিলা মাথা কাৰো দুই কৰ।
মাৰিলা অনেক সেনা গৈলা যমঘৰ॥
সেনা হত দেখিয়া সুধন্বা কোপমনে।
ধনুক টাঙ্কাৰ কৰি পশিলেক ৰণে॥ ৩২৫৩৬
অশ্ব ৰথ সাৰথিক পাঞ্চবাণে ভেদি।
পাঞ্চবাণে সুধন্বা ৰথক পেলাই ছেদি॥
ৰক্তবৰ্ণ দুই আখি পকাই বৰ কোপে।
সুধন্বাই একবাণ জুৰিলা আটোপে॥ ৩২৫৩৭
সূৰ্য্যসম তেজ বাণ আকৰ্ণ পূৰিয়া।
বৃষকেতু বুকে হানে মৰ্ম্মস্থান চায়া॥
বিমূৰ্চ্ছিত বৃষকেতু পৰিল ৰথত।
ৰথ লৈয়া সাৰথি পলাইলা পায়া ভীত॥ ৩২৫৩৮
বৃষকেতু বিমুখ যে দেখয় ৰণত।
ক্ৰোধ কৰি বাণ এৰে নোৱাৰি লেখিত॥
আগবাঢ়ি প্ৰদ্যুম্ন হানিলা পাঞ্চবাণে।
অশ্ব ৰথ সাৰথিক বিন্ধি বৰ টানে॥ ৩২৫৩৯
চাৰি বাণে চাৰি ঘোৰা বিন্ধিলা সত্বৰে।
বজ্ৰসম বাণগোট আতি ক্ষুৰধাৰে॥
নানান বিচিত্ৰ কৰি সৰ্বাঙ্গে বিন্ধিলা।
আপুন পৌৰুষ যশ সবাকে দেখাইলা॥ ৩২৫৪০
তিনিশৰে ধ্বজ কাটি পেলাইলা ভূমিত।
সৰ্ব্বাঙ্গে ভেদিলা বাণ কৰি জৰ্জ্জৰিত॥
মহাকোপে প্ৰদ্যুম্নক পাঞ্চবাণ হানি।
সিংহনাদ কৰি বীৰে কৰে শঙ্খধ্বনি॥ ৩২৫৪১

ক্ৰোধে ধনু হাতে লৈয়া প্ৰদ্যুম্ন কুমাৰ।
গগন চাইলন্ত বীৰে কৰি অন্ধকাৰ ॥
সুধন্বাৰ দশোদিশ চাইলন্ত আকাশ।
চতুৰ্ভিতি বাণ দেখি লাগয় তৰাস ॥ ৩২৫৪২
অন্যো অন্যে দুই বীৰে বাণবৃষ্টি কৰে।
দশোদিশ নেদেখয় প্ৰদ্যুম্নৰ শৰে ॥
খনো উঠে খনো পৰে খনো আকাশত।
অলক্ষিতে গতি কৰে দুই বীৰৰথ ॥ ৩২৫৪৩
ক্ৰোধ কৰি সুধন্বা সন্ধান কৰি ধনু।
চাৰিশৰে প্ৰদ্যুম্নৰ ভেদিলেক তনু ॥
কামদেৱ ভঙ্গ দেখি হংসধ্বজসুত।
সিংহনাদ কৰে বীৰে হুয়া আনন্দিত ॥ ৩২৫৪৪
ধনু ধৰি অনুশাল ৰণত প্ৰবেশে।
সুধন্বাক প্ৰতি কোপে বাণক বৰিষে ॥
একেশ্বৰে সৰ্ব্বসৈন্য তুষিলেক ৰণে।
সুধন্বাক প্ৰশংসিলা মহাৰথীগণে ॥ ৩২৫৪৫
সৈন্যৰ মধ্যত বীৰে ধনু লৈলা কৰে।
শৰবৃষ্টি কৰে ৰাজা সুধন্বা উপৰে ॥
সুধন্বায়ো সব অস্ত্ৰ নিবাৰিলা পাই।
খণ্ড খণ্ড কৰি অস্ত্ৰ ভূমিত পেলায় ॥ ৩২৫৪৬
নৱ বাণে অস্ত্ৰ কাটি পেলাইলা ভূমিত।
একবাণে অনুশাল ভৈল জৰ্জ্জৰিত ॥
মূৰ্চ্ছা যায় অনুশাল পৰি মহীতলে।
ভাগ্যে প্ৰাণৰক্ষা গৈলা পিতৃ-পুণ্য ফলে ॥ ৩২৫৪৭
দৈত্যৰাজা অনুশাল ভঙ্গ ভৈলা ৰণে।
অৰ্জ্জুনৰ সৈন্যসব ক্ষয় কৰে বাণে ॥
গজ বাজী ৰথ সেনা সাৰথি সহিত।
অস্ত্ৰে কাটি সুধন্বায়ো পেলাইলা ভূমিত ॥ ৩২৫৪৮
শোণিতে বহয় নদী মাংসে পঙ্কাকুল।
দেখিয়া অৰ্জ্জুন বৰ মনত আকুল ॥
জৈমিনী বোলয় কথা মহাভাৰতৰ।
পুণ্যৰ উদয় জানা পাপ ক্ষয়ঙ্কাৰ ॥ ৩২৫৪৯
হেন জানি নৰলোক এৰা আল জাল।
বোলা হৰি হৰি সবে তৰিয়ো সকাল ॥

### সুধন্বাৰ লগত সাত্যকি-অৰ্জ্জুনৰ যুদ্ধ আৰু সুধন্বা বধ

#### পদ

হেন দেখি সাত্যকিয়ে কৰিলা সন্ধান।
সুধন্বাৰ হৃদয়ত হানি পাঞ্চবাণ ॥ ৩২৫৫০
ক্ৰোধে সুধন্বায়ো সাত্যকিৰ ৰথ কাটি।
অযুতে নিযুতে বাণ হানে সূৰ্য্য পথি।
সাত্যকিক শৰে হানি কৰি জৰ্জ্জৰিত।
অশোক কিংশুক যেন দেখি বিকশিত ॥ ৩২৫৫১
সাত্যকি চেতন পাইলা মৰ্ম্মস্থানে দুখ।
পৰিল অনেক সেনা ভৈলন্ত বিমুখ ॥
নীলধ্বজ সাত্যকিয়ো ভঙ্গ ভৈল ৰণে।
সুধন্বাই সবাহাক্কে জিনিলেক ৰণে ॥ ৩২৫৫২
সৈন্যহত দেখিয়া অৰ্জ্জুন কোপমনে।
আপুনি ধনুক ধৰি প্ৰবেশিলা ৰণে ॥
কালকুঞ্জ নিপাতক কীচক সংহৰি।
ৰণ কৰি তুষিলেক জোট-জণ্টাধাৰী ॥ ৩২৫৫৩
কটাক্ষ যে নকৰিলো সিসব ৰণত।
এতিক্ষণে দেখা যুদ্ধে মোহোৰ মহত্ব ॥
সুধন্বাই বোলে পাৰ্থ কহি আছা যত।
জানিবো বিক্ৰম তযু তেজবীৰ্য্য যত ॥ ৩২৫৫৪
জিনি আছা নানা বীৰ হুয়া আছা জয়।
কিন্তু আজি যুদ্ধে দেখো তোমাৰ সংশয় ॥
মোৰ লগে আজি তুমি কি কৰিবা ৰণ।
তোৰ লগে সাৰথি নাহিকে জনাৰ্দ্দন ॥ ৩২৫৫৫
তোৰ শক্তি সহিবে নোবাৰে মোৰ বাণ।
আতি তীক্ষ্ণবাণ মোৰ চক্ৰৰ সমান ॥
তুৰঙ্গ নপাইবা পাৰ্থ কহিলো নিশ্চয়।
বাপে যজ্ঞ কৰিবেক কাটি সেহি হয় ॥ ৩২৫৫৬
দেৱতা সহায় কৰি যদি আনা পাৰ্থ।
সাৰথি কৰিয়া ৰাখা দেৱ জগন্নাথ ॥
তথাপি অৰ্জ্জুন আজি জিনিবো তোমাকে।
প্ৰাণ লৈয়া যোৱা আজি তেবে প্ৰাণ থাকে ॥'৫৭

আমাক জিনিয়ো আজি যাৰে থাকে শক্তি।
কৃষ্ণ দৰশনে পাৰ্থ পাইবোহো মুকুতি ॥
আপুনাৰ প্ৰাণ যদি চোৱা ৰাখিবাক।
স্তুতি কৰি তেবে ৰথে তুলিয়ো কৃষ্ণক ॥ ॥৩২৫৫৮
এহি শুনি ধনঞ্জয় মহাকোপ মনে।
সাত বাণে সুধন্বাক প্ৰহাৰিলা টানে ॥
ধনুৰ টঙ্কাৰ শুনি যেন বজ্ৰপাত।
দশবাণ হানিলেক পাৰ্থৰ হিয়াত ॥ ৩২৫৫৯
অৰ্জ্জুনেয়ো কোপ কৰি হানি লক্ষবাণ।
বাণে অন্ধকাৰ কৰিলেক ৰণস্থান ॥
অৰ্জ্জুনৰ শৰচয় পেলাইলেক ছেদি।
পুনৰ্ব্বাৰ শৰচয় এৰিলেক ক্ৰোধি ॥ ৩২৫৬০
মহাকোপে সুধন্বাই শৰবৃষ্টি কৰে।
বাণৰ উপৰে বাণ ক্ষেপিলা অন্তৰে ॥
বাণে অন্ধকাৰ কৰি ঢাকিলা গগন।
সৰ্ব্বলোকে দেখিয়া বিস্ময় ভৈলা মন ॥ ৩২৫৬১
সুধন্বাই বৰুণৰ বাণক এৰিলা।
মায়া-মেঘ কৰিয়া সংসাৰে জল কৈলা ॥
ভুৱন ব্যাপিত মেঘ বিদ্যুত গগনে।
মহাবায়ু ভৈলা মেঘ নোৱাৰি শ্ৰৱণে ॥ ৩২৫৬২
মহাশব্দ কৰে শিলা পৰয় নিৰ্ঘাত।
অৰ্জ্জুনৰ সেনাসব ব্যাকুল ৰণত ॥
নিৰ্ঘাত প্ৰচণ্ড পৰে ঘনে শিলাবৃষ্টি।
অন্ধকাৰ চতুৰ্ভিতি নেদেখিয় সৃষ্টি ॥ ৩২৫৬৩
বিজুলী চমক ঘনে পৰে বজ্ৰপাত।
শ্ৰৱণে সুশুনি মাত বহে চণ্ডবাত ॥
মাথাত পৰিয়া শিলা ভাঙ্গি হৰে নষ্ট।
যতেক চৰ্ম্মৰ বাদ্য সবে ভৈলা ভ্ৰষ্ট ॥ ৩২৫৬৪
যত সেনাগণ মানে একত্ৰে ৰহিল।
গজ বাজী ৰথ তাৰ একত্ৰে ৰহিল ॥
বীৰসকলৰ নানা বিচিত্ৰ বসন।
শীতে কম্পমান সবে বজাৱে দশন ॥ ৩২৫৬৫
হেন দেখি অৰ্জ্জুনে জুৰিলা বায়ুবাণ।
উকবাইলা মেঘসব কৰি খান খান ॥
ধ্বজ ছত্ৰ পতাকাক উৰাইলা বতাসে।
থিয় হৈবে নপাৰয় লাগিল তৰাসে ॥ ৩২৫৬৬
দশোদিশ অগ্নি সম সূৰ্য্যৰ উদয়।
পৃথিবী শুখাইল সূৰ্য্যে ভৈলন্ত সদয় ॥
সুধন্বাই বোলে পাৰ্থ তুমি বৰ বীৰ।
আপুনি জৰীত ধৰি ৰথ কৈলা থিৰ ॥ ৩২৫৬৭
ত্ৰিভুৱনে নাহি বীৰ তোমাৰ সমান।
ধন্য ধন্য বীৰ তুমি সাফল জীৱন ॥
এহিবুলি সুধন্বায় হানে তিনি বাণ।
এৰিলা অৰ্জ্জুন প্ৰতি কৰিয়া সন্ধান ॥ ৩২৫৬৮
হৃদয়ত ভেদিলেক যেন বজ্ৰাঘাত।
হৃদয়ত পৰি শৰ ৰথে পৰি পাৰ্থ ॥
বিমূচ্ছিত ভৈলা বীৰ নাহিকে চেতন।
কৃষ্ণ কৃষ্ণ বুলি বীৰে কৰিলা স্মৰণ ॥ ৩২৫৬৯
অৰ্জ্জুনৰ বাক্য শুনি আইলা জগন্নাথ।
পিঠিত চাপৰ মাৰি বোলে উঠা পাৰ্থ ॥
কৃষ্ণনাম স্মৰণে যতেক পাপহৰে।
সশৰীৰে ভৈলা পক্ষ নাৰায়ণ তাৰে ॥ ৩২৫৭০
অনন্ত ব্ৰহ্মাণ্ডপতি যাহাৰ সহায়।
উপবিঘ্নি কৰি কোনে উকৱাইবে চাই ॥
দূৰে থাকি সুধন্বাই দেখন্ত শ্ৰীহৰি।
হৃদয়ত থাকি দৃঢ় নমস্কাৰ কৰি ॥ ৩২৫৭১
অৰ্জ্জুনক প্ৰণামিয়া সুধন্বায় বোলে।
পৰম আনন্দ ভৈলা মন কৌতূহলে ॥
মূৰ্ত্তিমন্ত সাৰথি গোবিন্দ তযু ৰথে।
এখনে প্ৰতিজ্ঞা কৰা মোহোক বধিতে ॥ ৩২৫৭২
পাৰ্থে বোলে তিনিশৰে ছেদিবোহো শিৰ।
নুহি তেবে নৰকত স্থান হৈবো মোৰ ॥
যদি পূৰিবাক নৰো মনৰ বাঞ্ছিত।
সত্যে সত্যে বাক্য মোৰ কহিলো নিশ্চিত ॥৩২৫৭৩
সুধন্বায় বোলে পাৰ্থ এহি সত্য মোৰ।
তিনি বাণে তোমাৰ কাটিবো তিনি শৰ ॥
দুৰ্ঘোৰ নৰক মধ্যে গতি হৈব মোৰ।
তিনি বাণ পৰে যদি পুনু মোৰ আৰ ॥ ৩২৫৭৪

এহি বুলি সুধন্বা কোপিত ভৈলা মন।
শতবাণে ভেদিলেক শ্ৰীমধুসূদন ॥
সুধন্বাই বায়ুবাণ জুৰিলা ধনুত।
আকাশে ভ্ৰমায়া ৰথ পেলাইলা ভূমিত ॥ ৩২৫৭৫
অৰ্জ্জুনক বাণ হানি ফুৰাইলা সকল।
চক্ৰাকাৰে ফুৰাইলন্ত গগন মণ্ডল ॥
আপুনাৰ ভুজবলে কৃষ্ণ উনমত্ত।
দুই হাতে ধৰিয়া ৰাখিবা নৰে ৰথ ॥ ৩২৫৭৬
কৃষ্ণে বোলে ধনঞ্জয় ৰাখিয়ো ৰথক।
মহাবীৰ সুধন্বাৰ দেখিয়ো বলক ॥
মিছাত প্ৰতিজ্ঞা তুমি কৰাহা অৰ্জ্জুন।
তিনি বাণে সুধন্বাক বধিবা কমন ॥ ৩২৫৭৭
পূৰ্ব্বে যে প্ৰতিজ্ঞা কৈলা জয়দ্ৰথ বধে।
তাত আমি যত দুখ পাইলো মহাযুদ্ধে ॥
জয় পৰাজয় নাহি সৰ্ব্বথা কাহাৰ।
প্ৰতিজ্ঞা কৰাহা তুমি সঙ্কট আমাৰ ॥ ৩২৫৭৮
এক পত্নীব্ৰত কৰে সদা ধৰ্ম্মমতি।
তুমি আমি কি কৰিবো তাহান সহিতি ॥
সুধন্বাৰ তেজ বীৰ্য্য নাহি পৰিমিতি।
তাহাক জিনিবে পাৰে কাহাৰ শকতি ॥ ৩২৫৭৯
সুধন্বাক জিনিবাক দেখোহো প্ৰমাদে।
অৰ্জ্জুনে বোলয় জয় তোমাৰ প্ৰসাদে ॥
তিনি বাণে জয় হৈবো নাহিকে অন্যথা।
কুণ্ডল সহিতে আজি কাটিবোহো মাথা ॥ ৩২৫৮০
এহি বুলি শিলিমুখ লৈলা ধনঞ্জয়।
সুধন্বাৰ গল তেবে অৰ্জ্জুনে চাহয় ॥
ধনুত যুৰিয়া বাণ কৰিয়া সন্ধান।
দশোদিশ দীপ্তি কৰে সূৰ্য্যৰ সমান ॥ ৩২৫৮১
কৃষ্ণে বোলে মই পূৰ্ব্বে গোবৰ্দ্ধন ধৰি।
ধেনু বৎস ৰক্ষা কৈলো আপুনাৰ পুৰী ॥
সিয়ো সব পুণ্য দিলো বাণৰ উপৰে।
সুধন্বাৰ মাথা গৈয়া কাটক সত্বৰে ॥ ৩২৫৮২
আকাশে থাকিয়া দেখে সবে দেৱগণে।
সুধন্বা পাৰ্থৰ যুদ্ধ চাহে ৰঙ্গমনে ॥
নানা অলঙ্কাৰ পিন্ধি সুবেশ কৰিয়া।
কৌতুকে চাহয় দেৱে আকাশে বসিয়া ॥ ৩২৫৮৩
বাণ দেখি সুধন্বা প্ৰতিজ্ঞা কৰি বোলে।
যত পুণ্য কৰি আছো জন্মিয়া ভূতলে ॥
সেহি পুণ্য ব্যৰ্থ যদি বাণ ব্যৰ্থ যায়।
অৰ্জ্জুনৰ বাণ বীৰে ছেদিয়া পেলায় ॥ ৩২৫৮৪
গোবিন্দৰ নাম জপি বৰ ভক্তি চিত্তে।
এহি বুলি শৰপাত এৰিলা ত্বৰিতে ॥
আকাশে চলিয়া আসে অৰ্জ্জুনৰ বাণ।
সুধন্বাই কাটি শৰ কৈলা খান খান ॥ ৩২৫৮৫
হাহাকাৰ কৰে সবে দেখি আতি নৰ।
বিস্ময় দেৱতাগণ যত চৰাচৰ ॥
আৰো বাণ অৰ্জ্জুনে যুৰিলা ধনুৰ্গুণে।
সুধন্বাক নিৰেক্ষিয়া চাইলা কোপমনে ॥ ৩২৫৮৬
কৃষ্ণে বোলে ভূমিদানে যত পুণ্য হয়।
সমস্তকে দিলো মই বাণ হৌক জয় ॥
সুধন্বাৰ মাথা গৈয়া কাটোক সত্বৰ।
অৰ্জ্জুনৰ ৰক্ষা হৌক প্ৰতিজ্ঞা পূৰ্ব্বৰ ॥ ৩২৫৮৭
এহি শুনি সুধন্বায় বোলে নাৰায়ণ।
আমাক বধিবে প্ৰভু অনেক যতন ॥
তথাপি কাটিবো অৰ্জ্জুনৰ তিনি শৰ।
দেখিয়ো গোবিন্দ তুমি থাকিয়া সমৰ ॥ ৩২৫৮৮
অৰ্জ্জুনক বধিবাক কৰি আছো মন।
কৃপাক কৰিয়ো প্ৰভু কৰিয়ো ৰক্ষণ ॥
ধন্য ধন্য বীৰ তুমি পুণ্যকুলে জাত।
আপুনাৰে পুণ্য কৃষ্ণে দিলন্ত তোমাক ॥ ৩২৫৮৯
এহিবুলি বাণ তেবে যুৰিয়া সুধন্বা।
বাণৰ মুখত দেখি উঠে অগ্নিকোণা ॥
বাণ লৈয়া ধনঞ্জয় অগ্নিহেন ৰোষে।
কৃপনৰ ধন যেন নেৰে দূৰ দেশে ॥ ৩২৫৯০
সূৰ্য্যৰ সমান তেজ চলন্ত আকাশে।
গগনৰ দেৱগণ ধৰণী মানুষে ॥
দুইবীৰে যুদ্ধ কৰে প্ৰলয়ৰ মত।
জয় বিজয়ক যেন ৰণে কৰি হত ॥ ৩২৫৯১

শৰ দেখি সুধন্বায় ভৈলা প্ৰজ্বলিত।
অৰ্জ্জুনৰ বাণ ছেদি পেলাইলা ভূমিত ॥
কৃষ্ণে বোলে ধনঞ্জয় কি হৈব এখন।
প্ৰতিজ্ঞা পালিবে আজি নুবুজিলো মন ॥ ৩২৫৯২
নজানিয়া কেনে হেন কৰা প্ৰতিজ্ঞাক।
তোমাৰ সাহসে জানো বধ সুধন্বাক ॥
সুধন্বাক বধা বীৰ নাহি ত্ৰিভুৱনে।
তুমি আমি ত্ৰিভুৱন জিনি আছো ৰণে ॥ ৩২৫৯৩
ধনুত জুৰিলা আনি দৃঢ় এক বাণে।
প্ৰতিজ্ঞা কৰিলা বীৰ আপুনাৰ মনে ॥
ৰাজ্য ৰাখি আছে বীৰ আপুনাৰ সত্যে।
প্ৰতিজ্ঞা কৰিছা বীৰ তাহাক বধিতে ॥ ৩২৫৯৪
ধনুত জুৰিলা আনি পাৰ্থে একশৰ।
এহি শৰে পাৰ্থ ভূমি জয় ভঙ্গ তাৰ ॥
এহি বুলি নাৰায়ণে কৰে শঙ্খধ্বনি।
অৰ্জ্জুনেও দেৱদত্ত শঙ্খক আপুনি ॥ ৩২৫৯৫
জয় জয় শৱদ কৰিলা পদ বন্দি।
প্ৰতিজ্ঞা কৰিয়া বোলে কৃষ্ণ গুণনিধি ॥
স্বৰ্গ মৰ্ত্ত্য পাতালত যত চৰাচৰ।
সমস্ত পুণ্যক দিলো বাণৰ উপৰ ॥ ৩২৫৯৬
বাণৰ দক্ষিণে ব্ৰহ্মা দেৱতাসকল।
মধ্যভাগে কাল স্থিতি মুখে যত ফল ॥
পূৰ্ব্বে ৰাম অৱতাৰে বাণ নিয়োজিল।
শুনিয়া কৃষ্ণৰ বাক্য সুধন্বা হাসিল ॥ ৩২৫৯৭
জানিয়া গোবিন্দ বাক্যে প্ৰতিজ্ঞা বচন।
আমাক বধিবে প্ৰভু এতেক যতন।
তযু সম নিৰ্দ্দয় ভুৱনে নাহি হৰি।
আমাক বধিবে প্ৰভু এত যত্ন কৰি ॥ ৩২৫৯৮
প্ৰতিজ্ঞা কৰিয়া আছো সভাৰ ভিতৰ।
তথাপিতো অস্ত্ৰ ধৰি ছেদিবোহো শৰ ॥
এহি বাণে সুধন্বাৰ নাহিকে অন্যথা।
কিৰীটি সহিতে ছেদি পেলাইবোহো মাথা ॥'৯৯

এহি বুলি বাণ জুৰি লৈলা ধনঞ্জয়।
অগ্নিসম তেজ বাণ মহাজ্যোতিৰ্ম্ময়।
সৰ্ব্বলোকে দেখে বাণ আহে সচকিতে।
আকাশত দেৱগণ মনুষ্য ভূমিতে ॥ ৩২৬০০
প্ৰতিজ্ঞা কৰিয়া বোলে সুধন্বা কুমাৰ।
ৰাত্ৰি শিৱলিঙ্গ পূজা কৰে কাশীপুৰ ॥
মণিকৰ্ণিকাত স্নান গয়াপিণ্ড দান।
জপিলে কৃষ্ণৰ নাম যত পুণ্যমান ॥ ৩২৬০১
আৰো যত পুণ্য কৈলো জন্মিয়া ভূতলে।
সবে পুণ্য ব্যৰ্থ হৈবে বাণ নাকাটিলে ॥
লজ্জা পাইব হংসধ্বজে লজ্জা পৰিহৰি।
প্ৰভাৱতী শুনিয়া বুলিব নিন্দা কৰি ॥ ৩২৬০২
দেখিয়া গোবিন্দ তুমি থাকাহা ৰথত।
আপুনাৰ তেজ বঢ়াই থাকাহা ৰণত ॥
এহি বুলি কৃষ্ণ জপি বাণক এৰিলা।
সুধন্বাই দেখি বাণ মাজতে কাটিলা ॥ ৩২৬০৩
ছেদ হুয়া আকাশত চলে দুইখান।
আকাশত শব্দ ভৈলা বজ্ৰৰ সমান ॥
বাণ কাটি সুধন্বা হৰিষ বৰ পাইল।
বাহু ডাঙ্ফি দিয়া বীৰে বৰ ৰিঙ্গ দিল ॥ ৩২৬০৪
চন্দ্ৰৰ মণ্ডল কাম্পে বাণছেদ দেখি।
দেখিয়া অৰ্জ্জুন ভৈলা মনত আসুখী ॥
কৃষ্ণে বোলে সখি তুমি স্থিৰ কৰা চিত্ত।
প্ৰতিজ্ঞা পূৰণ হৈব মনৰ বাঞ্ছিত ॥ ৩২৬০৫
বাণ অৰ্দ্ধখানি আসি পৰি আচম্বিত।
অলক্ষিতে কাটিলেক সুধন্বাৰ মাথ ॥
সুমেৰুৰ শৃঙ্গ যেন ভাঙ্গিল পৱনে।
শিৱে কোপানলে যেন দহিলা মদনে ॥ ৩২৬০৬
তাপ দিয়া অস্ত্ৰ যেন ভৈলা দিবাকৰ।
সেহিমতে সুধন্বাৰ ছেদিলন্ত শিৰ ॥
হেন দেখি চমকিত সবে সেনা যত।
আকাশৰ চন্দ্ৰ যেন পৰিল ভূমিত ॥ ৩২৬০৭

জৈমিনী কহয় কথা মহাভাৰতৰ।
সুধন্বাৰ বধ ভৈলা পাৰ্থ অঙ্গীকাৰ।
ভকতৰ ব্যৰ্থ নাহি প্ৰতিজ্ঞা বচন।
অৰ্জ্জুনৰ বাক্য ৰাখিলেক নাৰায়ণ ॥ ৩২৬০৮
হেন জানি নৰলোক এৰা আন কাম।
দুৰ্গতি নাশন হৌক বোলা ৰাম ৰাম ॥

---

সুধন্বাৰ গতিলাভ

পদ

জন্মেজয় বদতি কহিয়ো মহামুনি।
কহিয়োক মুনিবৰ কেন কৰ্ম্ম জানি ॥ ৩২৬০৯
কি কৰ্ম্ম কৰিলা হংসধ্বজ নৰপতি।
বিষ্ণুভক্ত সুধন্বাৰ ভৈল কোন গতি ॥
জৈমিনী বোলয় কথা শুনা নৰপতি।
সুধন্বাই যেনমতে পাইলন্ত মুকুতি ॥ ৩২৬১০
অৰ্দ্ধবাণে মাথা যদি কৰিলা ছেদন।
গাৱ গোট পৰি মাথা উৰিল গগন ॥
কৃষ্ণ কৃষ্ণ বোলে মুখে বোলে সৰ্ব্বজন।
অন্তৰীক্ষে চলে মাথা কৃষ্ণৰ চৰণ ॥ ৩২৬১১
কৃষ্ণ কৃষ্ণ ৰাম ৰাম স্মৰে ঘনে ঘন।
নিৰ্গুণ নিৰ্ম্ময় নিৰাকাৰ নিৰঞ্জন ॥
হৰি হৰি বোলে মুখে কৃষ্ণৰ স্মৰণ।
ওষ্ঠে দন্তে অৰ্জ্জুনক কৰয় গৰ্জ্জন ॥ ৩২৬১২
কৃষ্ণে তেবে নিৰেক্ষিয়া সুধন্বাক চাইল।
সুধন্বাৰ তেজ কৃষ্ণে শৰীৰে মিসাইল ॥
দেখিয়া বিস্ময় ভৈলা অৰ্জ্জুনৰ মন।
বৃষকেতু সাত্যকিয়ো দেখে সৰ্ব্বজন ॥ ৩২৬১৩
যথা আছে হংসধ্বজ প্ৰজাৰ ভিতৰ।
কৃষ্ণে মাথা ক্ষেপি তাৰ ৰথৰ উপৰ ॥
মাথা দেখি হংসধ্বজ বিস্ময় মনত।
আচম্বিতে মাথে যেন ভৈলা বজ্ৰপাত ॥ ৩২৬১৪
ভূমিত পৰিয়া ৰাজা কৰিলা ক্ৰন্দন।
কৈক গৈলা প্ৰাণপুত্ৰ কৰি ঘোৰ ৰণ ॥
তোমাৰ মৰণে বাপ প্ৰাণ আছে কেনে।
তোমাৰ সমান বীৰ নাহি ত্ৰিভুৱনে ॥ ৩২৬১৫
সুধন্বাৰ মাথা ৰাজা গলত বান্ধিয়া।
ধৰণীত বাগৰয় কান্দিয়া কান্দিয়া ॥
প্ৰাণপুত্ৰ বুলি ৰাজা কান্দিলা বিস্তৰ।
কৃষ্ণৰ কপটে ৰাজা গৈলা যমঘৰ ॥ ৩২৬১৬
ধৰিবে নপাৰো প্ৰাণ তুমি পুত্ৰ শোকে।
এহি বুলি নৃপবৰ মুষ্টি হানে বুকে ॥
মোৰ সম ভাগ্যহীন ত্ৰিভুৱনে নাই।
তুমি হেন পুত্ৰ মই পাইবো কোন ঠাই ॥
জানিয়া হৰিৰ নাম কৰিয়ো কীৰ্ত্তন।
বোলা হৰি হৰি হৃদি কৰিয়া স্মৰণ ॥ ৩২৬১৭

---

হংসধ্বজ ৰজাৰ বিলাপ

ছবি

দেখি সুধন্বাৰ মাথা হংসধ্বজে পাইলা বেথা
শোকাকুলে কৰন্ত ক্ৰন্দন।
কতনো কৰিলো পাপ সি কাৰণে হেন তাপ
প্ৰাণপুত্ৰ ত্যাজিলা জীৱন ॥
ৰথ ৰথী গজ বাজী সমৰত আছে সাজি
মই পাপী নাহি বিদ্যমান।
সুৰথ সোদৰ তোৰ হেৰা আছে বীৰবৰ
কেনে পুত্ৰ যমঘৰে গৈল ॥ ৩২৬১৮
ভূমিত লুটিয়া কান্দে শোকে বুক নাহি ফান্দে
সুধন্বা সুধন্বা ডাক ছাৰি।
সাগৰে বুৰিয়া মৰে গৈলা পুত্ৰ যমঘৰে
এহি বুলি কান্দে গৰাগৰি ॥
কন্যায়ে শুনিল যেবে প্ৰাণক ত্যাজিব তেবে
তথু গুণ সুমৰি সুমৰি।

কৃষ্ণে বোলে নৃপবৰ শোকাকুল দুৰ কৰ
সুধন্বা গৈলন্ত কৃষ্ণপুৰী ॥ ৩২৬১৯
কৃষ্ণভক্ত হেন মতি সুধন্বাই পাইল গতি
হেন জানি ভজিয়ো চৰণে ।
আল জাল এৰা সবে কৃষ্ণ সঙ্গ পোৱা যেবে
হৰি হৰি বোলা সৰ্ব্বজনে ॥ ৩২৬২০

---

সুধন্বাৰ ছিন্ন মূৰ মহাদেৱৰ মালত ধাৰণ
সুৰথ আৰু অৰ্জ্জুনৰ যুদ্ধ

পদ

সত্য ধৰ্ম্মৱন্ত পুত্ৰ গুণে নাহি সীমা ।
বিষ্ণুভক্ত পুত্ৰ মোৰ অনেক মহিমা ॥
কৃষ্ণ অৰ্জ্জুনৰ সমে কৰিলা সমৰ ।
মায়েৰ বচনে যুদ্ধ কৰি একেশ্বৰ ॥ ৩২৬২১
বৃষকেতু সাত্যকি যে আৰো কৃতবৰ্ম্মা ।
নীলধ্বজ যৌৱনাশ্ব আৰো বীৰ সমা ॥
মহাৰঙ্গে নৃত্য কৰে আনন্দিত মনে ।
মিলিয়া কৌতুকে সবে চাৱে দেৱগণে ॥ ৩২৬২২
যাৰ দেহা সভয় দেখিয় জ্যোতিৰ্ম্ময় ।
হেন দিব্য দেহা কেনে মাটিতে লোটয় ॥
উঠ উঠ প্ৰাণপুত্ৰ চলি যাইবো ঘৰ ।
ৰথে চৰি যায়ো পুত্ৰ মায়েৰ গোচৰ ॥ ৩২৬২৩
মাৱত মাগিল বৰ জিনিবো সমৰ ।
কৃষ্ণক দেখিয়া পুত্ৰ বৈকুণ্ঠে পয়োসাৰ ॥
তোৰ মাৱে শুনি প্ৰাণ ত্যাজিব এখন ।
মুখে মুখ দিয়া ৰাজা কৰন্ত ক্ৰন্দন ॥ ৩২৬২৪
চাপি ধৰি কান্দে ৰাজা উঠি যুদ্ধে চল ।
হা হা পুত্ৰ কৈক গৈলা ৰণে মহাবল ॥
আজি হস্তে ডাইন বাহু কাটিলেক মোৰ ।
অৰ্জ্জুনে গুচাইলা মোৰ পুত্ৰ বুলিবাৰ ॥ ৩২৬২৫
ৰণ কৰিবাক গৈলা পুত্ৰ লৈয়া সমে ।
কেনমতে যাইবো ঘৰে তুমি পুত্ৰ বিনে ॥
জিজ্ঞাসিব কন্যা আৰো বধূ প্ৰভাৱতী ।
কি বুলিয়া প্ৰবোধিবো মই পাপমতি ॥ ৩২৬২৬
কাক লৈয়া খাইবো ৰাজ্য তোমাৰ মৰণে ।
মোক এৰি কৈক গৈলি নিলা নাৰায়ণে ॥
নিৰ্দ্দয় নিষ্ঠুৰ হৰি কি বুলিব তোক ।
কপটে বধিয়া পুত্ৰ তাপ দিয়া মোক ॥ ৩২৬২৭
এহি বুলি কান্দে ৰাজা ভূমিত বাগৰি ।
পাত্ৰ মন্ত্ৰীগণে তাক ৰাখিতে নপাৰি ॥
সুৰথে দেখিয়া পাচে বুলিলা বচন ।
মুক্ত ভৈল সুধন্বা কান্দাহা কি কাৰণ ॥ ৩২৬২৮
বিষ্ণুপৰায়ণ ভাই মৰি কৃষ্ণ আগে ।
দিব্য ৰথে চৰি ভাই গৈলা দিব্য স্বৰ্গে ॥
স্বৰ্গে চলি গৈলা ভাই পাইলা দিব্যলোক ।
মৰাক লাগিয়া কেনে কৰা এত শোক ॥ ৩২৬২৯
ৰাজা বোলে পুত্ৰশোক সহিতে নপাৰি ।
কেনমতে ধৰো প্ৰাণ পুত্ৰ পৰিহৰি ॥
মৰণ সময়ে মাথা কৃষ্ণপাৱে পৰি ।
কৃষ্ণ কৃষ্ণ বুলি মাথা ফুৰয় বাগৰি ॥ ৩২৬৩০
সুৰথে বোলয় মাথে নাহিকয় কাজ ।
তথাক ক্ষেপিয়া দিয়ো যথা যদুৰাজ ॥
ক্ষণেকে নৃপতি মাথা লৈয়া দুই হাতে ।
ক্ষেপিয়া দিলন্ত তাক কৃষ্ণৰ আগতে ॥ ৩২৬৩১
মাথা দেখি পৱনক কৃষ্ণে বোলে হাসি ।
সুধন্বাৰ মাথা নিয়া ৰাখা বাৰাণসী ॥
সুধন্বাৰ মাথা লৈয়া চলিলা আকাশে ।
শঙ্কৰে দেখিলা তাক থাকি দুৰ দেশে ॥ ৩২৬৩২
তাক দেখি শঙ্কৰেও কৰি জিজ্ঞাসন ।
কাৰ মাথা লৈয়া যাহা কহিয়ো পৱন ॥
প্ৰণামিয়া বায়ু বোলে শুনা পঞ্চানন ।
অৰ্জ্জুনৰ বাণে ভৈলা সুধন্বা মৰণ ॥ ৩২৬৩৩
কৃষ্ণৰ বচনে তাৰ মাথা লৈয়া আসি ।
পুণ্য যে পৱিত্ৰ মাথা যাইও বৰাণসী ॥
শিৱে বোলে সুধন্বাৰ মাথা দিয়ো মোক ।
অস্থিমালা পুণ্য কৰো পৱিত্ৰ মস্তক ॥ ৩২৬৩৪

শিৱৰ বচনে মাথা দিলেক পৱনে।
অস্থিমালা গান্থি পাচে পিন্ধি পঞ্চাননে ॥
ভক্তি মুক্তি দুই পদ পাইলন্ত সুধন্বা।
বিষ্ণুভক্ত জন হোৱে ইমত মহানা ॥ ৩২৬৩৫
ভণিলা সুবুদ্ধি ৰায়ে মধুৰ পয়াৰ।
কৃষ্ণ ভাবি সুধন্বায় ভৈলা সিন্ধু পাৰ ॥
জৈমিনী বোলয় কথা শুনা জন্মেজয়।
বিষ্ণুপৰায়ণ ভক্ত তাৰ গতি হয় ॥ ৩২৬৩৬
বিষম সমৰে যদি সুধন্বা পৰিলা।
ভ্ৰাতৃশোকে সুৰথেও সমৰক গৈলা ॥
অনলত ঘৃত দিলে যেনমতে জ্বলে।
ভ্ৰাতৃশোকে সুৰথ প্ৰবেশে পাণ্ডুদলে ॥ ৩২৬৩৭
বাপ বাপ তুমি হেৰা এৰা পুত্ৰশোক।
ভ্ৰাতৃশত্ৰু অৰ্জ্জুনক পঠাওঁ যমলোক ॥
দিব্যৰত লৈয়া আজি জিনিবো অৰ্জ্জুন।
মোহোৰ বিক্ৰম বাপ দেখিয়ো আপুন ॥ ৩২৬৩৮
নিজবলে বন্দী কৰি আনিবো অৰ্জ্জুন।
এহি বুলি ৰথে চৰি মাজি ধনুগু্ৰ্ণ ॥
দিব্যৰথে উঠি বীৰ চলে সিংহসম।
কৃষ্ণ অৰ্জ্জুনক বোলে দেখিয়ো বিক্ৰম ॥ ৩২৬৩৯
শুনা কৃষ্ণ নাৰায়ণ কপট কৰিলা।
আপুনাৰ পুণ্য দিয়া সুধন্বা বধিলা ॥
তুমি সম নিৰ্দ্দয়ালু নাহি ত্ৰিভুৱনে।
তযু ভক্ত সুধন্বাক বধিলা আপুনে ॥ ৩২৬৪০
আপুনাৰ পুণ্য দিয়া অৰ্জ্জুন ৰাখিলা।
কাঞ্চনক পায়া কেনে কাচক ভুলিলা ॥
কি কৰ্ম্ম কৰিলা তুমি সুধন্বা বধিলা।
কি কাৰ্য্যে তোমাৰ পুণ্য অৰ্জ্জুনক দিলা ॥ ৩২৬৪১
অৰ্জ্জুনৰ বাপ যদি আসে পুৰন্দৰ।
তথাপি মাৰিবো ৰণে শুনা দামোদৰ ॥
এহি বুলি ধনু ধৰি টানি দুই হাতে।
যুগান্তৰ মেঘ যেন বৰিষে পৰ্ব্বতে ॥ ৩২৬৪২
পাৱ ভৰে কম্পমান ভৈলন্ত পৃথিৱী।
অসুৰ মাৰন্তে যেন ক্ৰোধে ধাইলা দেৱী ॥

সুৰথ আসয় দেখি নাৰায়ণ বোলে।
আৰ সম বীৰ সখি নাহি মহীতলে ॥ ৩২৬৪৩
বিষম সমৰ ঘোৰ হৈৱন্ত অৰ্জ্জুন।
সুধন্বাত কৰি ধিক হোৱে চতুগু্ৰ্ণ ॥
হাসিয়া অৰ্জ্জুনে বোলে শুনা নাৰায়ণ।
অনেক সঙ্কটে প্ৰভু কৰিছা ৰক্ষণ ॥ ৩২৬৪৪
জয়দ্ৰথ বধ আৰো সঙ্কট যতেক।
কিৰাট মহেশ আৰো কহিবো কতেক ॥
তোমাৰ প্ৰসাদে আজি বধিবো সুৰথ।
দেখা সখি আজি মোৰ বলৰ মহত্ত্ব ॥ ৩২৬৪৫
কৃষ্ণে বোলে ধনঞ্জয় শুনিয়ো বচন।
সুৰথ সমান বীৰ নাহি ত্ৰিভুৱন ॥
বিষ্ণুভক্ত দয়াৱন্ত পৱিত্ৰ শৰীৰ।
সত্যৱন্ত ধৰ্ম্মৱন্ত ৰণে মহাবীৰ ॥ ৩২৬৪৬
ক্ষমায়ে ধৰণী সম ৰণে কালান্তক।
ইহাক জিনন্তা বীৰ বৰ তযু শক্য ॥
ধাৰ্ম্মিক হৃদয় বীৰ নাহিকে কপট।
সুৰথ সহিতে যুদ্ধ বৰতো সঙ্কট ॥ ৩২৬৪৭
আমাৰ যতেক সেনা যুজোক এখন।
পাচত জিনিবো আমি কৰিম হাৰণ ॥
যন্ত্ৰণা কৰিলা হৰি সুৰথ বধিবে।
সৈন্যসব আদেশিলা সমুখে যুজিবে ॥ ৩২৬৪৮
বৃষকেতু যৌৱনাশ্ব সুবেগ প্ৰভৃতি।
প্ৰদ্যুম্ন অনিৰুদ্ধ নীলধ্বজ নৃপতি ॥
গোবিন্দ অৰ্জ্জুন দুই মন্ত্ৰণা ভাবিয়া।
তিনি যোজনৰ পথ ৰহিলন্ত কায়া ॥ ৩২৬৪৯
বৃষকেতু বীৰে তেবে লৈয়া সেনাগণ।
সুৰথক বেঢ়ি কৰে বাণ বৰিষণ ॥
বৃষকেতু বাণ চাইল গগন মণ্ডল।
হেন দেখি সুৰথেও খঙ্গি মহাবল ॥ ৩২৬৫০
বাণসব সুৰথেয়ো কাটি সংহৰিলা।
ৰথী ৰথ গজ বাজী অনেক ছেদিলা ॥
ধ্বজ ছত্ৰ পতাকা কৰিলা খণ্ড খণ্ড।
সৈন্য দেখি সুৰথৰ ভৈলন্ত প্ৰচণ্ড ॥ ৩২৬৫১

সৈন্য মধ্যে কৃষ্ণ নাহি দেখে মহাভাগ।
মহাশোকে বোলে কৃষ্ণ কৈত পাইবো লাগ ॥
কৈক গৈলি কৃষ্ণ তই সুধন্বাৰ বৈৰী।
এখনে মাৰিয়া তাইক পঠাই যমপুৰী ॥ ৩২৬৫২
অল্পবীৰ্য্য সৈন্য মাৰি কিবা প্ৰয়োজন।
কুযশ ৰহিব মোৰ ইতিনি ভুবন ॥
কপট কৰিয়া কৃষ্ণ সুধন্বাক মাৰি।
অৰ্জ্জুন সহিতে কৈক পলাস শ্ৰীহৰি ॥ ৩২৬৫৩
পলাই আজি কৈক যাইবি তই প্ৰাণ লৈয়া।
কপটী কৃষ্ণৰ আজি চুৰ কৰো মায়া ॥
স্বৰ্গ মৰ্ত্ত্য পাতালত কিবা অন্তৰীক্ষে।
মেৰু মন্দাৰক কিবা গৈলা নাগলোকে ॥ ৩২৬৫৪
পাতালৰ জলে কিবা গন্ধৰ্ব্ব যথা থাকে।
অব্যাহত গতি মোৰ যাইবোহো সমুখে ॥
অৰ্জ্জুনক বন্দী কৰো কুলৰ আঙ্গাৰ।
নিৰঞ্জন গোবিন্দক কৰা অহঙ্কাৰ ॥ ৩২৬৫৫
এহি বাক্যে পাপ তোৰ ভৈলন্ত অপাৰ।
ব্ৰহ্মায়ে বুলিলা তাক কৰি অহঙ্কাৰ ॥
ৰাৱণৰ মত তুমি যাইবা যমঘৰ।
ঈশ্বৰক কৰ নিন্দা হুয়া অল্প নৰ ॥ ৩২৬৫৬
সেহিবেলা বীৰসবে সন্ধানে পূৰিলা।
সুৰথক লাগি সবে শৰ প্ৰহাৰিলা ॥
অৰ্দ্ধচন্দ্ৰ কুলসত্ৰ শূল ভিণ্ডীপাল।
সুৰথক বেঢ়িলেক অস্ত্ৰৰ বিশাল ॥ ৩২৬৫৭
সুৰথেও কোপমনে প্ৰহাৰিলা বাণ।
সেনাসব মাৰিয়া কৰয় খান খান ॥
কাহাৰো কাটিলা মুণ্ড কাৰো হস্ত পদ।
বহুত কাটিলা সৈন্য ৰণে বিশাৰদ ॥ ৩২৬৫৮
কুণ্ডল কিৰীটি মুণ্ড লোটয় ধৰণী।
প্ৰলয়ৰ মেঘ যেন মহাশব্দ শুনি ॥
হৃদয় বিদাৰ কৰে তীক্ষ্ণবাণ হানি।
ৰণ জিনি সুৰথে কৰিলা শঙ্খধ্বনি ॥ ৩২৬৫৯
শোণিতে বহয় নদী মাংসে ভৈল পঙ্ক।
ৰথ হস্তী বীৰসব পৰিলা অসংখ্য ॥
ধ্বজ ছত্ৰ পতাকা চামৰ ভাসি যায়।
প্ৰচণ্ড বহয় নদী বতাহ সোমাই ॥ ৩২৬৬০
সবে সৈন্য সংহৰিয়া মাৰে তীক্ষ্ণবাণ।
তুলাক দহয়ে যেন প্ৰচণ্ড অগন ॥
কালসৰ্প সম বীৰ ৰণ জিনি ৰোষে।
ৰথে চৰি যাই বীৰ কৃষ্ণৰ উদ্দেশে ॥ ৩২৬৬১
যৈত লুকাই আছে দুই কৃষ্ণ ধনঞ্জয়।
তথাত মিলিলা যাই সুৰথ দুৰ্জ্জয় ॥
প্ৰলয়ৰ যম যেন হাতে ধনু ধৰি।
বাসুকী ক্ৰোধিল যেন তুলি ফণাশাৰী ॥ ৩২৬৬২
ৰথে চৰি গৈলা কৃষ্ণ অৰ্জ্জুনৰ আগে।
কেশৰী ক্ৰোধিলা যেন জিনি মত্তনাগে ॥
অৰ্জ্জুনক দেখি বীৰে কৰে উপহাস।
পলায়া ৰহিছা কেনে মোৰ পায়া ত্ৰাস ॥ ৩২৬৬৩
ত্ৰিভুবন মধ্যে মোৰ অব্যাহত গতি।
মায়াযুদ্ধ জানা কিছু পলাইবাৰ মতি ॥
মায়াযুদ্ধ কৰি কংস কৰিলাহা বধ।
কীৰ্ত্তিক কৰিলা তুমি মাৰি জৰাসন্ধ ॥ ৩২৬৬৪
মায়া কৰি নৰক বধিলা দুৰ্য্যোধন।
কেশী ধেনুকক আৰো সব ৰাজাগণ ॥
সঙ্কট সময়ে কেনে পলাইলন্ত ডৰে।
পৰাজয় কৰি চলা আপুনাৰ ঘৰে ॥ ৩২৬৬৫
তুহি গোবিন্দক আজি যমে দিবো ভেট।
আতৰি ছাৰিয়া তোৰ বিদাৰিবো পেট ॥
হেন যদি সুৰথৰ শুনি দৃঢ়বাণী।
পাৰ্থে বোলে মহীতলে কাৰ যশ জানি ॥৩২৬৬৬
বীৰসব আছে আগে কৰিয়া সমৰ।
ব্যূহ পাচে ৰহি আছা কাক আছে ডৰ ॥
এহি বুলি ধনু ধৰি কৰিলা টঙ্কাৰ।
স্বৰ্গ মৰ্ত্ত্য পাতালত লাগি চমৎকাৰ ॥ ৩২৬৬৭
সৈন্যক দিলন্ত লগে যুজিবে লগত।
যেনয় পতঙ্গযূথ অগ্নিৰ আগত ॥
এহি বুলি কম্পিলেক সুৰথ দুৰ্জ্জয়।
পাঞ্চবাণে ভেদিলেক কৃষ্ণৰ হৃদয় ॥ ৩২৬৬৮

হানিলে অৰ্জ্জুনে বাণ সহস্ৰেক ভেদি।
অন্ধকাৰ কৰিলেক সূৰ্য্যক আস্বাদি ॥
ঘোৰ ভয়ঙ্কৰ যুদ্ধ ভৈলন্ত দুৰ্জ্জয়।
পৱনৰ গতি নাহি ৰবিৰ উদয় ॥ ৩২৬৬৯
খণ্ড খণ্ড ভৈল চাল তিতিল শোণিতে।
অশোক মন্দাৰ যেন ফুলিল বসন্তে ॥
দুহানো বিক্ৰম দেখি কম্পে দেৱগণ।
ভয়ঙ্কৰ ক্ৰোধে কৰে বাণ বৰিষণ ॥ ৩২৬৭০
হেন দেখি কৃষ্ণক দেখাইলা ভয়ঙ্কৰ।
অৰ্জ্জুনক সম্বুধিয়া বোলৈ দামোদৰ ॥
একেশ্বৰে সুৰথে মাৰিলা সেনাগণ।
আৰ সম বীৰ নাহি ইতিনি ভুবন ॥ ৩২৬৭১
তোমাক নগণে সখি সিংহসম ধাৱে।
সুৰথক দেখা সখি পৃথিৱী কম্পাৱে ॥
কৃষ্ণৰ বচনে হাসি বোলয় অৰ্জ্জুন।
সন্ধান কৰিয়া টানে গাণ্ডীৱৰ গুণ ॥ ৩২৬৭২
বায়ুবাণ এৰিলেক অৰ্জ্জুনক ৰোষে।
ৰথ সমন্বিতে কৃষ্ণ উৰাইল বতাসে ॥
ৰথখান ৰাখি বীৰে চাহে নিৰন্তৰে।
উপহাস্য কৰি বোলে কৃষ্ণ অৰ্জ্জুনেৰে ॥ ৩২৬৭৩
ধৈৰ্য্য ধৰি পাৰ্থ তুমি ৰহিয়ো আপুনে।
ৰথে সমন্বিতে কৃষ্ণ উৰাওঁ গগনে ॥
এহিবুলি বায়ুবাণ এৰিলা সুৰথে।
আকাশে উৰাইলা ৰথ কৃষ্ণ সমন্বিতে ॥ ৩২৬৭৪
চক্ৰাকাৰে ফুৰে ৰথ গগন মণ্ডলে।
দেখিয়া চিন্তন্ত কৃষ্ণে বিস্ময় আকুলে ॥
সৈন্যে নিৰেখিয়া ৰথ নেদেখে তেখনে।
নিজবলে ৰথ আজি ৰাখে নাৰায়ণে ॥ ৩২৬৭৫
পদভৰ কৰি ৰথ ৰাখি জগন্নাথে।
হেন দেখি দুইশৰ হানিলা সুৰথে ॥
বজ্ৰসম দুইবাণ সুৱৰ্ণে ৰচিত।
হুঙ্কাৰ কৰিয়া বাণ এৰিলা ত্বৰিত ॥ ৩২৬৭৬
কৃষ্ণ অৰ্জ্জুনৰ হৃদি হানি দৃঢ় কৰি।
বাণ পৰি অৰ্জ্জুনে কম্পয় থৰথৰি ॥
কৃষ্ণে বোলে অৰ্জ্জুন লৈয়োক ধনু শৰ।
সুৰথৰ ৰথ ধ্বজ কাটিয়ো সত্বৰ ॥ ৩২৬৭৭
কৃষ্ণৰ বচন শুনি পাৰ্থে ধনু কৰি।
ৰথ ধ্বজ পতাকা কাটিলা শীঘ্ৰ কৰি ॥
হেন দেখি মহাক্ৰোধ ভৈলন্ত সুৰথ।
পাৰ্থৰ কাটিলা সৈন্য হস্তী ঘোৰা ৰথ ॥ ৩২৬৭৮
সেনাসব হত দেখি দেৱ নাৰায়ণ।
গৰুড় পক্ষীক তেবে কৰিলা স্মৰণ ॥
শুনিয়া গৰুড় আইলা কৃষ্ণ বিদ্যমান।
কৃষ্ণে বোলে সুৰথক ধৰা এতিক্ষণ ॥ ৩২৬৭৯
কৃষ্ণৰ বচনে পক্ষী ৰথে চাপি ধৰি।
দুই পাখী আচাৰিয়া ৰাখিতে নপাৰি ॥
তাক দেখি কৃষ্ণৰ বিস্ময় ভৈলা মন।
হনুমন্ত কপীক যে কৰিলা স্মৰণ ॥ ৩২৬৮০
কৃষ্ণৰ আদেশে আইলা বীৰ হনুমান।
সুৰথক ধৰি ৰাখা বোলে ভগৱান ॥
নাগপাশ প্ৰায় ৰথ লাঙ্গুলে জোৰাইল।
তিলমাত্ৰ ৰথক ৰাখিতে নপাৰিল ॥ ৩২৬৮১
সুৰথে বোলয় শুন অধম বানৰ।
গৰ্ব্বমাত্ৰ আছে পূৰ্ব্বে লঙ্ঘিছা সাগৰ ॥
শ্ৰীহৰি অৰ্জ্জুন হনুমন্ত পক্ষীৰাজ।
বীৰমধ্যে তোমাক গণিবে নাহি কাজ ॥ ৩২৬৮২
এহি বুলি সুৰথ কোপিয়া গৈলা ধায়া।
ৰথে সমে কৃষ্ণ পাৰ্থ উৰাইলা ধৰিয়া ॥
একপাকে উৰাইল গৰুড় হনুমান।
প্ৰাণ লৈয়া গৈলা পলায় যাৰ যৈত স্থান ॥৩২৬৮৩
সপ্ত যে সমুদ্ৰ নদ নদী গিৰিবৰ।
হস্তিনাপুৰত কিবা দ্বাৰকা নগৰ ॥
সুমেৰু পৰ্ব্বতে কিবা কৈলাশ শিখৰে।
উৰায়া পেলাইবো কৈত বোলা দামোদৰে ॥ ৩২৬৮৪
ৰথত ধৰিয়া বীৰে কাম্পে থৰথৰ।
ছিদ্ৰ পাই অৰ্জ্জুনে হানিলা পাঞ্চ শৰ ॥
বজ্ৰসম বাণ পৰি ভৈলা বিমোহিত।
ক্ষণেকে চেতন পাই উঠিলা ত্বৰিত ॥ ৩২৬৮৫

বজ্রসম বাণ হানি কৈলা অন্ধকাৰ।
কৃষ্ণ অৰ্জ্জুনক লাগি কৰিলা প্ৰহাৰ॥
অৰ্দ্ধচন্দ্ৰ কুলসত্ৰ শূল ভিণ্ডীপাল।
দিব্য অস্ত্ৰসব আতি ৰণত বিশাল॥ ৩২৬৮৬
অস্ত্ৰ লৈয়া ধাৱে যেন কালৰ সমান।
কৃষ্ণ অৰ্জ্জুনক হানি কৰে খান খান॥
কৃষ্ণ অৰ্জ্জুনক বোলে শুনা দুইজন।
মোহোক বধিবে সত্য কৰিয়ো এখন॥ ৩২৬৮৭
নুহি ভীষ্ম কৰ্ণ দ্ৰোণ শল্য জয়দ্ৰথ।
নুহিকে কিৰাট হৰ নুহি চিত্ৰৰথ॥
সিসকল বীৰ জিনি বাঢ়িছে বৰাই।
হংসধ্বজসুত হাতে আজি প্ৰাণ যায়॥ ৩২৬৮৮
সুধন্বাক বধিলা কৃষ্ণৰ পুণ্যফলে।
আমাক বধিবা আজি কমন প্ৰবলে॥
অৰ্জ্জুনে বোলয় সত্য কৰিলো নিশ্চয়।
তিনি বাণে আজি তোৰ কৰিবোহো ক্ষয়॥ '৮৯
ইকাৰ্য্য কৰিবে যদি নৰো বাহুবলে।
দুৰ্ঘোৰ নৰকে পৰি থাকো চিৰকালে॥
হেন দেখি সুৰথেও কৰে শৰবৃষ্টি।
চাৰি শৰে মেঘে যেন আৱৰিলা সৃষ্টি॥ ৩২৬৯০
কৃষ্ণ অৰ্জ্জুনক বেঢ়ি বাণ বৰিষয়।
অনুক্ৰমে হানে বীৰে যত শৰচয়॥
চাৰি ঘোৰা ৰথখান কৰিলা সংহাৰ।
আন ৰথে অৰ্জ্জুনেও চলি আপুনাৰ॥ ৩২৬৯১
যেহি ৰথে চৰে পাৰ্থ তাকে তাকে ছেদে।
দশোদিশ আকাশ পূৰিল সিংহনাদে॥
আৰো বাণ যুৰিয়া কাটিলা ধনুগুৰ্ণ।
দেখিয়া যমৰ পুৰী আইলা যে অৰ্জ্জুন॥ ৩২৬৯২
আনগুণ আনিয়া চৰাইলা ধনুগুৰ্ণে।
বজ্রসম শৰ আনি যুৰিলা অৰ্জ্জুনে॥
ৰথ ধ্বজ কাটি তাৰ বলবীৰ্য্য হৰে।
ছেদিলা দক্ষিণ বাহু অৰ্জ্জুনৰ শৰে॥ ৩২৬৯৩
কঙ্কণ সহিতে হস্ত ভূমিত পৰিলা।
বামহস্তে গদা লৈয়া ভূমিপাৰে আইলা॥

কৃষ্ণ অৰ্জ্জুনৰ হৃদি মাৰি গদা বাৰি।
ৰথ ঘোৰা মাৰিলেক কৰি গৰাগৰি॥ ৩২৬৯৪
সৈন্যৰ মাথায়ে কৰে গদাৰ প্ৰহাৰ।
সহস্ৰে সহস্ৰে মাৰে ঘোটক অপাৰ॥
কোপ কৰি ধনঞ্জয় লৈলা ভিণ্ডীপাল।
জ্বলন্ত অগনি যেন কাল অধিকাৰ॥ ৩২৬৯৫
শৰপাত এৰিলেক কনকে ৰচিত।
বামহাত কাটিলেক গদায়ে সহিত॥
দুই হস্ত কটা গৈলা তেজ বহি যায়।
ছিণ্ডিবো মুণ্ডক তোৰ পেলাইবোহো খাই॥ '৯৬
এহি বুলি ধাই গৈলা পৰ্ব্বত আকাৰ।
ৰাহু গ্ৰহ আসে যেন সূৰ্য্য গ্ৰাসিবাৰ॥

### সুৰথৰ মুণ্ডপাত আৰু মুণ্ডৰ কাৰণে গৰুড়-বৃষদ্ধৰ যুদ্ধ

সুৰথে বোলয় অৰে শুনা জনাৰ্দ্দন।
সখি অৰ্জ্জুনক আজি কৰিয়ো ৰক্ষণ॥ ৩২৬৯৭
পাৰৰ আঘাতে সৈন্য মৰয় অনেক।
বীৰসব ভয় ভৈলা দেখিয়া এতেক॥
সেহিবেলা কৰিলেক ভয়ঙ্কৰ নাদ।
শোণিতে লেপিত তনু পিতৃৰ বিষাদ॥ ৩২৬৯৮
দুই ভুজ তেজে ভৈলা বৰ ৰঙ্গা কায়।
শাখাহীন বৃক্ষ যেন আতি নশোভয়॥
সংগ্ৰামক চলে বীৰে দেখিতে তৰাস।
কামুৰি ছিণ্ডয় মাথা যাৰে পাৱে পাশ॥ ৩২৬৯৯
দেৱগণ আকাশে বিস্ময় পুৰন্দৰ।
সবে সেনা পলায় ডৰে দেখি ভয়ঙ্কৰ॥
সুৱৰ্ণে ৰচিত বাণ চৰ্চ্চিত চন্দনে।
সৰ্ব্বদেৱ আনি বাণে জুৰিলা অৰ্জ্জুনে॥ ৩২৭০০
ময়ূৰৰ বৰ্ণ দেখি নিৰ্ম্মি আছে বাণ।
কিবা যমদণ্ড বাণ সৰ্পৰ সমান॥
এৰিলেক শৰগোট বৰ ভয়ঙ্কৰ।
আকাশে চলিয়া যাই শৰ খৰতৰ॥ ৩২৭০১

আকাশে চলয় মুখ মেলিয়া সুৰথ।
অৰ্জ্জুনক খেদি যাই বোলে কৰো হত ॥
হেনকালে অৰ্জ্জুনৰ বাণে অলক্ষিতে।
সুৰথৰ মাথা ছেদি কিৰীটি সহিতে ॥ ৩২৭০২
কুণ্ডল কিৰীটি সমে পৃথিৱী শোভয়।
সূৰ্য্য সম তেজ বীৰ্য্য ভূমিতে লোটয় ॥
কৃষ্ণ কৃষ্ণ বুলি মুণ্ড বাগৰিয়া ৰৈলা।
বিদ্যুত সঞ্চাৰে মুণ্ড আকাশে উঠিলা ॥ ৩২৭০৩
বজ্ৰৰ সমান পৰি মাৰে সেনাগণ।
মুণ্ডৰ আঘাতে সবে মৰে সৈনাগণ ॥
কতো সেনা মাৰি মুণ্ড উঠিলা ত্বৰিতে।
আপুনাৰ হৃদয়ত পৰি আচম্বিতে ॥ ৩২৭০৪
দুখ পাই অৰ্জ্জুনে দেখি অন্ধকাৰ।
চোট পাই পাৰ্থমুখে বহে তেজ ধাৰ ॥
কৃষ্ণপদে পৰি মুণ্ডে বোলে হৰি হৰি।
বিস্ময় সকলে লোক চাহে চক্ষু ভৰি ॥ ৩২৭০৫
অৰ্জ্জুনক শান্ত কৰি মধুৰ বচনে।
সুৰথৰ সম বীৰ নাহি ত্ৰিভুৱনে ॥
ৰণত তাহান তুল্য নাহি একো বীৰে।
শত্ৰুভাৱে তোমাক মাৰিল কাটা শিৰে ॥৩২৭০৬
এহি বুলি নাৰায়ণে গৰুড়ক স্মৰি।
আসিলা গৰুড় পক্ষী নমস্কাৰ কৰি ॥
কৃষ্ণ বোলে গৰুড় চলিয়ো বায়ুবেগে।
সুৰথৰ মাথা নিয়া পেলায়ো প্ৰয়াগে ॥ ৩২৭০৭
গৰুড় বোলয় কিবা কাৰ্য্য প্ৰয়াগত।
তযু পৰশনে মুক্তি পাইলন্ত সুৰথ ॥
গঙ্গা প্ৰয়াগ আৰো গয়া বাৰাণসী।
সৰযূ যমুনা সিন্ধু সাগৰ ভৈৰৱী ॥ ৩২৭০৮
তোমাৰ বচনে মোৰ মনে দুখ ভৈলা।
বেদ শাস্ত্ৰ তীৰ্থ যত আপুনি স্ৰজিলা ॥
পক্ষীৰ বচনে আসি বোলে দামোদৰ।
আমাৰ বচন শুনা কহো খগেশ্বৰ ॥ ৩২৭০৯
নিশ্চয় বচন মোৰ শুনা মহাভাগে।
সুৰথ পৰশে শুদ্ধ হৈবন্ত প্ৰয়াগে ॥

কৃষ্ণৰ বচনে মাথা লৈয়া পক্ষীবৰ।
অন্তৰীক্ষে উঠে যেন পৰ্ব্বত শিখৰ ॥ ৩২৭১০
হৰ-গৌৰী ক্ৰীড়া কৰে কৈলাশ শিখৰে।
দেৱীত জনাইলা তেবে শুনিলা শঙ্কৰে ॥
পক্ষীৰাজ যাই দেখে শিৰ গোট লৈয়া।
জানিলেক হৰে তেবে ধ্যানত বসিয়া ॥ ৩২৭১১
হংসধ্বজসুত সুৰথ যে মহাবীৰ।
কৃষ্ণবাক্যে অৰ্জ্জুনে কাটিলা তান শিৰ ॥
কৃষ্ণৰ বচনে শিৰ প্ৰয়াগে পেলাইতে।
পক্ষীৰাজ লৈয়া যায় আকাশৰ পথে ॥ ৩২৭১২
প্ৰয়াগৰ যোগ্য শিৰ হৰে মুহি বোলে।
সুৰথৰ মুণ্ড আনা মালা পিন্ধো গলে ॥
ভৃঙ্গীক বোলয় শিৰ আন যত্ন কৰি।
সুধন্বাৰ শিৰসমে পিন্ধো গল ভৰি ॥ ৩২৭১৩
ধাৰ্ম্মিকৰ শিৰ গলে পিন্ধিবে উচিত।
হেন জানি শিৰ আনা মনৰ বাঞ্চিত ॥
মহেশৰ বাক্যে ভৃঙ্গী তুমি গৈলা বায়ুবেগে।
তৰ্জ্জিয়া পক্ষীক বোলে ভৃঙ্গী হুয়া আগে ॥ '১৪
সুৰথৰ শিৰ পক্ষী দিয়োক শিৱক।
আমাক পঠাইছে শিৱে শিৰক নিবাক ॥
হেন যদি ভৃঙ্গীয়ে বুলিলা তান আগে।
পক্ষীৰাজে পাখিচাট মাৰি মহাৰাগে ॥ ৩২৭১৫
তাক দেখি হাসি ৰঙ্গে বুলিলা পাৰ্ব্বতী।
নজানস ভৃঙ্গী তুমি গৰুড়ৰ শক্তি ॥
বিষ্ণুৰ বাহন বীৰ বিনতানন্দন।
অতুল্য বিক্ৰম বীৰ যেহেন পৱন ॥ ৩২৭১৬
পাখাৰ আঘাটে যেন দৰ্প কৈলা চুৰ।
সেৱক প্ৰধান জানা কৃষ্ণৰ কিঙ্কৰ ॥
তুমি সেহি সুৰশ্ৰেষ্ঠ বলধ বাহন।
ভাঙ্গ যে ধতুৰা চৰ্ম্ম বিভূতি ভূষণ ॥ ৩২৭১৭
সৰ্পগণে হাৰ মালা বিভূতি মাথাৰ।
জম্মত লাঙ্গত বস্ত্ৰ বৰ্জ্জিত তোমাৰ ॥
যেন বলবীৰ্য্য প্ৰভু তেনয় সেৱক।
গৰুড়ক লাগি জানা পঠায়ো তাহাক ॥ ৩২৭১৮

সেৱকে সেৱকে বাদ নহয় খণ্ডনে।
উপহাস্য তোমাক কৰিব ত্ৰিভুবনে ॥
দেৱীৰ বচনে শিৱ ক্ৰোধে কম্পমান।
বৃষনন্দি দুহাকো পঠাইলা ভগৱান ॥ ৩২৭১৯
গৰুড়ৰ হস্তে আনা সুৰথৰ শিৰ।
ভৃঙ্গিক দেখিয়া মোৰ কাম্পয় শৰীৰ ॥
শিৱৰ আদেশ পাই শীঘ্ৰে গৈলা চাৰ।
ত্বৰিতে পাইলন্ত যৈত আছে খগেশ্বৰ ॥ ৩২৭২০
শিৰ লৈয়া কৈক যাস অৰে মন্দবুদ্ধি।
শৃঙ্গে হানি আজি তোক পেলাইবোহো ছেদি ॥
পক্ষী হুয়া কৰ তই শিৱ সমে বাদ।
তোৰ সঙ্গে খাইবো আজি বুজিবোহু স্বাদ ॥'২১
বৃষৰ বচন শুনি ধাইলন্ত গৰুড়।
সহজে বলধ তই জ্ঞানে আতি মূঢ় ॥
বলবীৰ্য্য আছে যদি কৰিয়ো সমৰ।
নুহিতে অবোধ মন্দ বোলৰে বৰ্ব্বৰ ॥ ৩২৭২২
এহি বুলি গৰুড়েও মাৰি পাখা চাট।
দুই পাখা আগুৰিল ছয় মাসৰ বাট ॥
পাখাৰ বাতাস বাজে শুনি ভয়ঙ্কৰ।
বৃষনাদে স্বৰ্গমৰ্ত্ত্য কাম্পে থৰ থৰ ॥ ৩২৭২৩
শৃঙ্গ তুলি যায়া বৃষ গৰুড় মাৰিতে।
নাকৰ বাতাস যাই যোজনৰ পথে ॥
নাকৰ বাতাসে পক্ষী আসে আৰু যায়।
বৃষ ধৰিবাক যায় ধৰণ নযায় ॥ ৩২৭২৪
ক্ষণো নিকটে আসে ক্ষণো যায় গগনে।
বৃষভৰ আগে পক্ষী মিলিল মৰণে ॥
আকাশে উৰিল পক্ষী নাকৰ পবনে।
শৃঙ্গে তুলি গিৰি চূৰ্ণ কৰয় বাহনে ॥ ৩২৭২৫
যেন মেৰু মন্দৰ ভ্ৰময় আকাশত।
বৃষভ গৰুড় দুয়ো ভ্ৰময় সতত ॥
স্বৰ্গ মৰ্ত্ত্য পাতাল সমুদ্ৰ নদ নদী।
ঘনে ঘনে কম্পমান বৃষ পদ ভেদি ॥
পক্ষীক দেখিয়া বৃষ কোপিল অনেক।
নাকৰ বাতাস যাই শত যোজনক ॥ ৩২৭২৬
সূৰ্য্য দিশ অষ্ট গিৰি কৈলাশ শিখৰ।
নাকৰ বতাসে যাই সপ্ত যে সাগৰ ॥
ক্ষণে আকাশক যায় ক্ষণে দিশ পাশ।
কতো ভূমিগত পক্ষী পালে বৰ ত্ৰাস ॥ ৩২৭২৭
পৃথিৱী বিদাৰ কৰে বৃষ-পক্ষী ৰণ।
তাক দেখি বিস্ময় ভৈলন্ত দেৱগণ ॥

ইন্দ্ৰৰ আদেশত গৰুড়-বৃষভৰ যুদ্ধ বন্ধ ; সুৰথৰ মুণ্ড প্ৰয়াগত অৰ্পণ, আৰু পাচত শিৱৰ মুণ্ড মালাত যোগ।

আকাশে ৰহিয়া বোলে দেৱ পুৰন্দৰে।
সৃষ্টি নাশ হোৱে দেখা দুহান সমৰে ॥ ৩২৭২৮
ৰণে কিছু কাৰ্য্য নাই শুনিয়ো বচন।
প্ৰয়াগে পেলোক শিৰ বিষ্ণুৰ বাহন ॥
প্ৰয়াগৰ পৰা শিৰ পাচে আনা দুই।
তেবেসে বিবাদ ভাঙ্গে সৃষ্টি ৰক্ষা হুই ॥ ৩২৭২৯
শুনিয়া দেৱৰ বাক্য নন্দি বৃষ দুই।
এৰিলা বিবাদ তেবে ইন্দ্ৰৰ কথাই ॥
নানা ভয় ছলে পক্ষী নাপালেক লাগ।
নিজবলে পক্ষীৰাজ মিলিলা প্ৰয়াগ ॥ ৩২৭৩০
শীঘ্ৰ কৰি প্ৰয়াগত পেলাই সেহি মাথা।
ভয় পাই গৰুড় মিলিল বিষ্ণু যথা ॥
নন্দি বৃষ দুইজনে জলে বিচাৰিলা।
সুৰথৰ মাথা নিয়া শিৱ আগে দিলা ॥ ৩২৭৩১
মুণ্ড পাই বৰ ৰঙ্গ ভৈলা পঞ্চানন।
মুণ্ডমালা কৰি শিৱে গান্থিলা তেখন ॥
পৱিত্ৰ সুৰথ মুণ্ড মালাক কৰিয়া।
মালা গান্থি গলে লৈলা চিত্ত সন্তোষিয়া ॥ ৩২৭৩২
জৈমিনী বোলয় ৰাজা শুনা জন্মেজয়।
দুই শিৰ মালা গান্থি পিন্ধিলা নিশ্চয় ॥
ভাৰতৰ কথা শুনা মন থিৰ কৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥ ৩২৭৩৩

---

পদ

জন্মেজয় বদতি শুনিয়ো ঋষিবৰ।
পাচে যেন কথা ভৈলা কহিয়ো বংশৰ ॥
সুৰথৰ গাণ্ডিখান বেগে ধাই যায়।
গজ বাজী ৰথ মাৰি বায়ু বেগে ধায় ॥ ৩২৭৩৪
গিৰি শৃঙ্গ ভাঙ্গি যেন সেনা বিনাশয়।
বহুত পদাতি মাৰি শৰীৰ আসয় ॥
হেন দেখি অৰ্জ্জুনে হানিলা চক্ৰবাণ।
সুৰথৰ গাৱ কাটি কৰি খান খান ॥ ৩২৭৩৫
দুই খণ্ড হুয়া গাণ্ডি ভূমিত পৰিলা।
যেন বজ্ৰপাত ভৈলা পৰ্ব্বত খসিলা ॥
পুণ্যৱন্ত সুধন্বা পৰিল যেনমতে।
পৃথিৱী কম্পিল মেৰু সাগৰ সহিতে ॥ ৩২৭৩৬
সিদ্ধ বিদ্যাধৰে দেখি চমক লগাৱয়।
পুলকিত বীৰ তেবে কৃষ্ণৰ কৃপায় ॥
ধন্য ধন্য বীৰসব প্ৰশংসিলা ৰণে।
দুহানৰ সম বীৰ নাহি ত্ৰিভুৱনে ॥ ৩২৭৩৭
পাণ্ডৱৰ দলে কৰে জয় হৰিনাদ।
ঢাক ঢোল মৃদঙ্গক বাৱে নানা বাদ্য ॥
দুই পুত্ৰ হত দেখি ৰাজা হংসধ্বজ।
ভূমিত বাগৰি কান্দে এৰি যুদ্ধ সাজ ॥ ৩২৭৩৮
পাপৰ প্ৰলয় হৌক পুণ্যৰ উদয়।
হৰিৰ কথায়ে জানা নিৰ্ম্মল হোৱয় ॥
আকে জানি বন্ধু জন এৰা আন কাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥ ৩২৭৩৯

---

হংসধ্বজ আৰু প্ৰভাৱতীৰ শোক

ছবি

হা হা পুত্ৰ বীৰবৰ পাতকীৰ বন্ধু মোৰ
কৃষ্ণাৰ্জ্জুনে ৰণত ভঙ্গাইল।
হুইলা পুত্ৰ দুই ভাগ কন্ধ মাত্ৰ পাইলো লাগ
বৰ বৰ বীৰ সংহৰিলা ॥
ধন্য ধন্য কলেৱৰ যাৰ শিৰ শঙ্কৰৰ
মালা গান্থি গলত পিন্ধিলা।
ত্ৰিভুৱনে কোনজনে আগ হৈব তাৰ সমে
অৰ্জ্জুনৰ হাতে সমৰ্পিলা ॥ ৩২৭৪০
ৰণে যাক পালা লাগ ৰথ ৰথী পুণ্যভাগ
অৰ্জ্জুনৰ শৰে নৈলা প্ৰাণ।
কৃষ্ণে নিজপুণ্য দিয়া বধিলা সাৰথি হুয়া
আপুনাৰ পুণ্য দিলা দান ॥
ভূমিত পৰিয়া বীৰ নয়নৰ মচে নীৰ
শোকৰ সাগৰে বুৰাইলা।
দুই পুত্ৰ গৈলা কোথা মোৰ মনে দিয়া বেথা
বৃদ্ধক কাহাত সমৰ্পিলা ॥ ৩২৭৪১
কাক লৈয়া যাইবো ৰাজ গৈলা দুই যুৱৰাজ
সমৰত ইন্দ্ৰক নগণি।
অৰ্জ্জুনক আদি কৰি নিবাৰি সকলো বৈৰী
কেনে সহো পুনৰ অগনি ॥
তোমাৰ নিষ্ঠুৰ হিয়া শোক বৈৰী হাতে দিয়া
চলি গৈলা যমৰ সদন।
কৰিবে আমাৰ শ্ৰাদ্ধ পিতৃ প্ৰয়োজন কাৰ্য্য
তাক বিধি কৰিলা উচ্ছন্ন ॥ ৩২৭৪২
দিব্য শয্যা গৃহ এৰি ধৰণীত গৰাগৰি
কেনে হেন কৈলা বিপৰীত।
আমাক ত্যজিয়া বাপ হৃদয়ত দিয়া তাপ
মোক কেনে নেনিলা সঙ্গত ॥
কন্যায়ে শুনিয়া কথা দুই পুত্ৰে দিলা ব্যথা
প্ৰভাৱতী সহিতে আনিয়া।
হা সুধন্বা সুৰথ অৰ্জ্জুনে কৰিলা হত
গেৰি পাৰে কৃষ্ণ আগে গৈয়া ॥ ৩২৭৪৩
বেঢ়িয়া সকলে নাৰী দুই জন স্তন জাৰি
হৃদয়ে দাৰুণ প্ৰহাৰিয়া।
প্ৰভাৱতী ভূমি পৰি প্ৰভু প্ৰভু ডাক চাৰি
নিৰবধি কান্দে উচ্চৰিয়া ॥
পেলাৱয় অলঙ্কাৰ কেয়ুৰ কঙ্কণ হাৰ
আচাৰয় কৰ্ণৰ কুণ্ডল।

হা হা প্ৰভু নাৰায়ণ লৈয়া গৈলা প্ৰাণধন
স্বামী মোৰ নিধন কৰিল ॥ ৩২৭৪৪
সুধন্বাহে প্ৰাণেশ্বৰ কি ভৈলাহা আথান্তৰ
যি ভাবিলো সি ভৈল আমাৰে।
প্ৰভাৱতী তোৰ নাৰী কান্দে লজ্জা পৰিহৰি
আজি মোক সমৰ্পিলা কাৰে ॥
কৈৰ পৰা আইল ঘোৰা আমাক কৰিল পীড়া
ঋতুকালে কৰিলা সঙ্কট।
কৃষ্ণ ভক্তি কাৰণত এৰাইলন্ত দাহনত
দাৰুণ বিসম্ন তৈলকটা ॥ ৩২৭৪৫
সুধন্বা সুৰথ মৈল তেবে দেৱে ৰঙ্গ হৈল
হংসধ্বজ শান্তক কৰয়।
আমাৰ যে কলেৱৰ হৈব দুই পুত্ৰ তোৰ
প্ৰবন্ধে সুবুদ্ধি ভণে কয় ॥
হৰিৰ চৰণে ৰতি পাইবাহা মুকুতি গতি
হৃদয়ত হৰি গুণ নাম।
সংসাৰৰ তুইবা পাৰ দূৰে যাইব পাপ ঘোৰ
ডাক চাৰি বোলা ৰাম ৰাম ॥ ৩২৭৪৬

---

### হংসধ্বজৰ যজ্ঞ-অশ্বৰ অনুসৰণ

**পদ**

জন্মেজয় বোলয় জৈমিনী তপোধন।
হংসধ্বজে পাচে কিবা কৈলা নাৰায়ণ ॥
কৈক গৈলা চলি পাচে কোন যে দেশত।
তোমাৰ প্ৰসাদে শুনো কহিয়ো আমাত ॥ ৩২৭৪৭
জৈমিনী বদতি কথা শুনা জন্মেজয়।
কৃষ্ণৰ চৰিত্ৰ যত সবে গুণময় ॥
হংসধ্বজে বোলে প্ৰভু শুনা নাৰায়ণ।
তোমাৰ চৰণে মোৰ এক নিবেদন ॥ ৩২৭৪৮
পুত্ৰশোকে নিৰন্তৰে দহে মোৰ প্ৰাণ।
প্ৰাণ ত্যজিবোহো প্ৰভু তুমি বিদ্যমান ॥
কৃষ্ণ বোলে হংসধ্বজ থিৰ কৰা মন।
সুখ হৈব মনে দুখ হৈব বিমোচন ॥ ৩২৭৪৯
এহি বুলি কৃষ্ণদেৱ ধৰি কোল দিলা।
মৰা শৰীৰত যেন অমৃত সিঞ্চিলা ॥
কৃষ্ণ পৰশনে ৰাজা দুখ দূৰ গৈলা।
প্ৰচণ্ড অগ্নিক যেন জল দি নিমাইলা ॥ ৩২৭৫০
প্ৰসন্ন ভৈলন্ত ৰাজা কৃষ্ণ পৰশনে।
বিবিধ প্ৰকাৰে স্তুতি কৰিলা তেখনে ॥
নমো নমো শ্ৰীহৰি দেৱ নাৰায়ণ।
নমো ৰঘুপতি হৰি শ্ৰীমধুসূদন ॥ ৩২৭৫১
নমো নৰসিংহ হৰি নমোহো বামণ।
নমোহো পৰশুৰাম ৰঘুৰ নন্দন ॥
তোমাৰ মায়ায়ে বন্দী সকলে সংসাৰ।
তোমাৰ চৰণ বিনে গতি নাহি আৰ ॥ ৩২৭৫২
ধন বস্তু ৰাজ্য দিলো তোমাৰ গোচৰ।
কি কৰিবো আজ্ঞা কৰা জগত ঈশ্বৰ ॥
কৃষ্ণে বোলে শুনা ৰাজা মোৰ যে বচন।
সপুত্ৰ বান্ধবে ৰাজ্য কৰিয়ো এখন ॥ ৩২৭৫৩
মহন্ত ধাৰ্মিক ৰাজা তুমি ভাগ্যবান।
মুক্ত কৰি দিয়ো ঘোৰা অৰ্জ্জুনৰ স্থান ॥
যুধিষ্ঠিৰে যজ্ঞ কৰে ঘোটক ৰাখিতে।
সেনাগণ লৈয়া চলা অৰ্জ্জুন সহিতে ॥ ৩২৭৫৪
অৰ্জ্জুনে বোলয় ৰাজা তুমি মহামতি।
যেন ভাই যুধিষ্ঠিৰ ভৈলন্ত সঙ্গতি ॥
সি মত ভৰষা আজি লৈলো মোৰ মনে।
যজ্ঞৰ ঘোটক ৰক্ষা কৰিয়ো আপুনে ॥ ৩২৭৫৫
হংসধ্বজে বোলে শুনা বীৰ ধনঞ্জয়।
সাত্যকি সমান মোক জানিবা নিশ্চয় ॥
দুহানো শৰীৰ একে নৰ নাৰায়ণ।
যে খনে কৰিছা আজ্ঞা কৰিছো তেখন ॥৩২৭৫৬
এহি বুলি চলে বীৰ ঘোৰাচাৰি আসে।
হস্তিনাক গৈলা কৃষ্ণ যুধিষ্ঠিৰ পাশে ॥
কৃষ্ণৰ চৰিত্ৰ কথা শুনা মন কৰি।
সংসাৰ তৰিবা সুখে বোলা হৰি হৰি ॥ ৩২৭৫৭

**যজ্ঞৰ ঘোঁৰা আৰু সৈন্য সকলৰ স্ত্ৰীত্ব প্ৰাপ্তি আৰু অৰ্জ্জুনৰ স্তুতিত পূৰ্ব্বৰূপ লাভ**

পুনু জন্মেজয় বোলে শুনা তপোধন।
সুধন্বা সুৰথ বধি গৈলা নাৰায়ণ॥
কৃষ্ণ চলি গৈলা যুধিষ্ঠিৰ ৰাজা কাষে।
ঘোৰা লৈয়া ধনঞ্জয়ে কি কৰিলা পাচে॥ ৩২৭৫৮
সিসব ৰহস্য কথা কহা তপোধন।
তোমাৰ প্ৰসাদে শুনো ইসব কথন॥
জৈমিনী বোলয় কথা শুনা দিয়া মন।
মুক্ত হুয়া চলে ঘোৰা কাননে কানম॥ ৩২৭৫৯
কৰে ধনু ধৰি ৰামে সৰে সেনাগণ।
অহর্নিশে ঘোৰা সঙ্গে চলে ছয় জন॥
বৃষকেতু প্ৰদ্যুম্ন সুবেশ অনুশাল।
হংসধ্বজ নীলধ্বজ বিক্ৰম বিশাল॥ ৩২৭৬০
ইসকল মহাৰথী আৰো সব বীৰ।
অহর্নিশে ৰাখে ঘোৰা নিৰ্ভয় শৰীৰ॥
চতুষ্পাশে ঘোৰা ৰাখে সেনায়ে বেঢ়িয়া।
আপুন ইচ্ছায়ে ঘোৰা বেগে যায় ধায়া॥ ৩২৭৬১
এক নদী তীৰে গৈয়া ঘোৰা ঘুৰী ভৈলা।
হাহাকাৰ কৰে সেনা বিস্ময় দেখিলা॥
কোন হেতু ঘোৰা স্ত্ৰী ভৈলা আচম্বিতে।
এহি বুলি সবে সৈন্য নামিলা জলতে॥ ৩২৭৬২
বিধিৰ চৰিত্ৰ কেহো বুজন নাযায়।
সবে সৈন্য স্ত্ৰী ভৈলা ৰৈলা সমুদায়॥
দৈৱৰ লিখিত কোনে বুজিবাক পাৰে।
ভ্ৰমন্তে ভ্ৰমন্তে ঘোৰা আৰো সৰোবৰে॥ ৩২৭৬৩
সৰোবৰে জল খাই ঘূৰি বাঘ ভৈলা।
ধনঞ্জয় দেখি হেন চিন্তিবে লাগিলা॥
তেবে জন্মেজয় ৰাজা জৈমিনীত পুছে।
কহিয়োক বাঘ হুয়া কি কৰিল পাচে॥ ৩২৭৬৪
শুনিতে অপূৰ্ব্ব কথা ঘোৰায়ে ঘুৰুণী।
তেবে বাঘ ভৈল খায়া সৰোবৰ পানী॥
এতেক অৱস্থা যদি ঘোটকেও পাইলা।
দেখি তেবে ধনঞ্জয় কোন কৰ্ম্ম কৈলা॥ ৩২৭৬৫
জৈমিনী বদতি কথা শুনা জন্মেজয়।
যেনমতে দুৰ্গ পন্থ পাইলন্ত নিৰ্ণয়॥
যেনমতে সৈন্যসব ভৈল সবে নাৰী।
ঘোৰাৰ বৃত্তান্ত কথা শুনা মন কৰি॥ ৩২৭৬৬
সেহি পৰ্ব্বতত তপ কৰে হৰ-গৌৰী।
সেহিকালে এক দৈত্য আইলা মায়া কৰি॥
এতেক কঠোৰ তপ কৰিয়া সুন্দৰী।
লক্ষ্মীৰ সমান তেজ ৰূপত নাগৰী॥ ৩২৭৬৭
ত্ৰিদশৰ অধিপতি আমিতো শঙ্কৰ।
মনোৰথ সিদ্ধি হুইব মাগিয়োক বৰ॥
ব্যাঘ্ৰচৰ্ম্ম পৰিধান মাথে জটা ভাৰে।
দেখিয়া পাৰ্ব্বতী তেবে মনে ধ্যান কৰে॥ ৩২৭৬৮
অসুৰ দেখিয়া তেবে ধ্যান কৰি চাইলা।
অসুৰৰ মায়া যত ধ্যানত দেখিলা॥
ক্ৰোধে শাপ দিলা দেৱী ভস্মীভূত হৈতে।
দেৱীৰ দৃষ্টিত ভস্ম ভৈলন্ত সাক্ষাতে॥ ৩২৭৬৯
মনুষ্য শৰীৰ পশু পক্ষী আদি কৰি।
এহি বনে যেহি আসে সবে হৌক নাৰী॥
কোপিয়া পাৰ্ব্বতী শাপ দিলন্ত তেখনে।
ভৱানীৰ বাক্য ব্যৰ্থ নোহে কদাচনে॥ ৩২৭৭০
সবে সৈন্য নাৰী ভৈলা সেহিসে কাৰণ।
এখনে ঘোৰাৰ কথা শুনিয়ো ৰাজন॥
কৰ্ত্তিবাস মুনি তেবে ভ্ৰমে মহীতল।
সৰোবৰে নামে তেবে খাইবে খোজে জল॥৩২৭৭১
স্নান কৰিলেক জলে ধৰিল কুম্ভীৰে।
ভয় পাই উঠিলেক সৰোবৰ তীৰে॥
শাপি ভস্ম কৰিলেক সেহি কুম্ভীৰক।
ঋষি বোলে শুনা নৰ গন্ধৰ্ব্ব অসুৰ॥ ৩২৭৭২
পশু পক্ষী নাগ আৰো জন্তু যে মানুষে।
বাঘ হৌক যেহি আসি ই জল পৰশে॥
জল খাই ঘোৰা বাঘ ভৈলা আচম্বিতে।
বিপৰীত দেখি পাৰ্থ ভৈলন্ত বিস্মিতে॥ ৩২৭৭৩
কৃষ্ণ স্মৰি স্তুতি কৰে ব্যাকুল হৃদয়।
অগতিৰ গতি প্ৰভু নাথ দয়াময়॥

সমস্ত আপদে প্ৰভু ৰাখা দামোদৰ।
কিবা পাপে হেন গতি ভৈলেক আমাৰ ॥৩২৭৭৪
সৰ্ব্ব সৈন্য স্ত্ৰী ভৈল কৰিয়ো নিস্তাৰ।
তযু পদ বিনে গতি নাহিকে আমাৰ ॥
তযু বাক্যে ঘোৰা লৈয়া আইলো সবে বীৰ।
বিফল ভৈলেক সবে শুনা দামোদৰ ॥ ৩২৭৭৫
যজ্ঞত সঙ্কল্প কৰি আছে যুধিষ্ঠিৰ।
সঙ্কটে কৰিয়ো পাৰ দেৱ গদাধৰ ॥
জ্ঞাতিবধ পাপ গুচে ঘোৰা ৰক্ষা ভৈলে।
মহাব্ৰত নষ্ট হৈব যজ্ঞ নকৰিলে ॥ ৩২৭৭৬
হা হা কৃষ্ণ নাৰায়ণ কৰিয়ো উদ্ধাৰ।
একচিত্তে পাৰ্থে স্তুতি কৰে বাৰম্বাৰ ॥
বাঘৰূপ গুচি পাচে সিয়ো ঘোৰা হৈল।
স্ত্ৰী ৰূপ এৰি সবে পুৰুষ পদ পাইল ॥ ৩২৭৭৭
নৃত্যগীত কৌতুক কৰয় সেনাগণ।
মুক্ত কৰি ঘোৰা লৈয়া কৰিলা গমন ॥
হৰিপদে ভজিলেসে তৰয় সংসাৰ।
বোলা হৰি হৰি সবে পাপ ক্ষয়ঙ্কাৰ ॥ ৩২৭৭৮

---

পদ

ঘোৰাই সহিতে চলে হাতে ধনু ধৰি।
পৰ্ব্বতে ভ্ৰমিয়া ঘোৰা গৈলা দূৰপুৰী ॥
জৈমিনী বোলয় কথা শুনা জন্মেজয়।
নাৰীৰ নগৰে মিলিলেক সেহি হয় ॥ ৩২৭৭৯
আতিশয় দিব্যপুৰী দেখি মনোহৰ।
পুৰুষ জীৱয় তাত একৈক বৎসৰ ॥
স্ত্ৰীসব জীয়ে তাত অনেক বৎসৰ।
স্ত্ৰীপাটৰাজ্য নাম শুনিয়ো বিস্তৰ ॥ ৩২৭৮০
ৰত্ন মণি বিভূষিত সেহিটো নগৰী।
সেহি ৰাজ্যে ৰাজা আছে প্ৰমিলা সুন্দৰী ॥
ইসব অপূৰ্ব্ব কথা কৈত নাহি জান।
দৰশনে যুৱতৰ হৰি নেই প্ৰাণ ॥ ৩২৭৮১
অৰ্জ্জুনে বোলয় শুন সবে বীৰগণ।
একনাৰী আছে নেই পৰশিলে প্ৰাণ ॥
লোক মুখে শুনি আছো ইসব কথন।
সিসব সাক্ষাতে দেখিবাহা সৰ্ব্বজন ॥ ৩২৭৮২
অৰ্জ্জুনৰ বচনত সবে ভিত হুয়া।
কালকূট বিষ যেন মনত জানিয়া ॥
ৰহিলা সকলে সেনা কৃষ্ণ চিন্তি মনে।
চৰে জনাইলেক যাই প্ৰমিলাৰ স্থানে ॥ ৩২৭৮৩
কৈৰবা ঘোটক আইল দেখিতে সুন্দৰ।
সুবৰ্ণৰ পত্ৰ দেখি শিৰৰ উপৰ।
হেন দেখি প্ৰমিলা সহস্ৰ নাৰীতুলে ॥
ধৰিয়া ঘোটক তেবে বান্ধি তাৰ গলে ॥ ৩২৭৮৪
সৈন্যসবে প্ৰমিলা ঘোটক ধৰি আনি ॥
সহস্ৰে সহস্ৰে আসে সকলে কামিনী।
ঘোটক ধৰিয়া নাৰী চৰি আইল ৰথে।
নানা অস্ত্ৰ ধৰিয়া যে পাৰ্থক যুজিতে ॥ ৩২৭৮৫
দিব্যৰথে চৰিয়া পিন্ধিলা অলঙ্কাৰ।
কুণ্ডল কঙ্কণ মণি গলে মুক্তাহাৰ ॥
শ্বেত ছত্ৰ শিৰে ধৰি ঢুলয় চামৰ।
চতুৰ্ভিতি ৰথ শুভ দেখিতে সুন্দৰ ॥ ৩২৭৮৬
শৰীৰৰ কান্তি যেন দেখি দিবাকৰ।
চাৰিভিতি তাৰা যেন মধ্যে শশধৰ ॥
অৰ্জ্জুনক ডাকি বোলে প্ৰমিলাই বাক।
প্ৰাণে যদি জীৱা পাৰ্থ বিহা কৰা মোক ॥ ৩২৭৮৭
ত্ৰিভুৱন জিনি কন্যা আমি ৰূপৱতী।
বিনোদ নাগৰী আমি হওঁ মহাসতী ॥
বিক্ৰমে বিশাল মোক জানে সৰ্ব্বজনে।
সংগ্ৰামতো মোক জানা জিনে কোন প্ৰাণে ॥৩২৭৮৮
সমৰত জিনি আছো বহু ৰাজাগণ।
তযু বীৰগণ সমে কৰো মহাৰণ ॥
আমাক বৰিলে তোৰ সিদ্ধি হৈব কাজ।
ধন জন পাইবা যে অমূল্য দিব্যৰাজ ॥ ৩২৭৮৯
বায়ুগতি পাইবা মোৰ ৰথ গজ বাজী।
তিনি কোটি ৰথ পাইবা বিহা কৰা আজি ॥

তিনি কোটি কন্যা পাবা যেন বিদ্যাধৰী।
বীৰসবে বৰিবেক যতেক সুন্দৰী ॥ ৩২৭৯০
এহি ৰাজ্যে ৰাজা হৈব আমি মহাদেবী।
কন্যাসকলেও তোক থাকিবন্ত সেৱি ॥
বিচিত্ৰ মন্দিৰে থাকা ক্ৰীড়া কৌতূহলে।
মনোৰথ পূৰা মোৰ নাৰীগণ তুল্যে ॥ ৩২৭৯১
ইন্দ্ৰৰ সমান পুৰী ৰবা এহি পুৰী।
মণি ৰত্নে ধনে ধান্যে ভৰিয়া ওৱাৰি ॥
তোমাৰ ভাগ্যেসে পালা জানা হেন ৰাজ।
আৰ সম পুৰী নাই তিনিলোক মাজ ॥ ৩২৭৯২
হেন জানা তুমি মোক নকৰাহা বিয়া।
নুহি যুদ্ধ কৰি ঘোৰা ৰাখিবো কাঢ়িয়া ॥
স্ত্ৰীপাট বোলে এহি কন্যাৰ নগৰী।
ইহাৰ ঈশ্বৰী মই কৰোহো চাতুৰি ॥ ৩২৭৯৩
নবাঞ্চাহা আমাক কহিয়ো পৰিচয়।
অনুগত জন আগে বৰ পাপ হয় ॥
অৰ্জ্জুনে বোলন্ত তেবে শুনা বৰনাৰী।
আচোক কৰিবো বিহা পৰশিবে নাৰী ॥ ৩২৭৯৪
বিধাতা বঞ্চিতা তুমি ভুৱনে বিদিত।
পুৰুষ বঞ্চিতা ভৈলা ইতিনি লোকত ॥
নাৰী হুয়া স্বামীহীন বিফল জীৱন।
স্বামীহীন কৰি বিধি কৰিছে লিখন ॥ ৩২৭৯৫
হেন শুনি প্ৰমিলাৰ কোপ অগ্নি সম।
বোলয় অৰ্জ্জুন তোৰ হৈবো আমি যম ॥
এহি বুলি পাঞ্চশৰ যুৰিয়া ধনুত।
প্ৰমিলাই হানিলা পাৰ্থৰ হৃদয়ত ॥ ৩২৭৯৬
আৰো এক শৰ হানিলন্ত মহা ক্ৰোধী।
তেতিক্ষণে অৰ্জ্জুনেও পেলাইলন্ত ছেদি ॥
শৰ ব্যৰ্থ গৈলা দেখি কোপিলা সুন্দৰী।
এৰিলা সহস্ৰ বাণ পাৰ্থক আৱৰি ॥ ৩২৭৯৭
হেন দেখি অৰ্দ্ধচন্দ্ৰ এৰিলা অৰ্জ্জুনে।
আকাশত শৰ ছেদ কৰিলা তেখনে ॥
অন্যো অন্যে বাণ ছেদে ভৈলা মহাৰণ।
সহস্ৰে সহস্ৰে বাণ যুৰিলা গগন ॥ ৩২৭৯৮

তাক দেখি কটাক্ষে হাসিলা ধনঞ্জয়।
যুৰিলা মোহন অস্ত্ৰ দেখিতে বিস্ময় ॥
তিনিশৰ প্ৰমিলা হানিলন্ত বেগে।
ধনুৰ্গুণ পাৰ্থৰ কাটিলা সেহি ছেগে ॥ ৩২৭৯৯
দেখিয়া অৰ্জ্জুন বীৰ অগ্নি যেন জ্বলে।
প্ৰলয়ৰ সূৰ্য্য যেন ভৈলা সেহিকালে ॥
ধনুৰ্গুণ দিয়া পাৰ্থ কৰিলা টঙ্কাৰ।
এৰিলা মোহন অস্ত্ৰ ত্ৰিদশৰ শৰ ॥ ৩২৮০০
অগ্নিময় দেখি বাণ সবে দেৱগণ।
আকাশত থাকি দেৱে বুলিলা বচন ॥
নুহি নুহি ধনঞ্জয় নুহিকে উচিত।
স্ত্ৰীবধ পাতেকক নাহি তোৰ ভীত ॥ ৩২৮০১
কুবুদ্ধিয়া স্ত্ৰী জাতি জানাহা আপুন।
ঘোৰ নৰকত বহে স্ত্ৰী বধী জন ॥
সহস্ৰ বৎসৰ হৰে নৰকত বাস।
হেন জানি নাৰী পাৰ্থ নকৰিবা নাশ ॥ ৩২৮০২
বীৰ হুয়া নাৰীক যে নকৰাহা দায়া।
কেনে হেন মন্দবুদ্ধি ধৰ্ম্মশাস্ত্ৰ চায়া ॥
প্ৰমিলা সুন্দৰী এই হোৱে বৰনাৰী।
হস্তিনাক পঠাইয়োক বিনয় যে কৰি ॥ ৩২৮০৩
শুনিলা আকাশীবাণী বীৰ ধনঞ্জয়।
শুনা শুনা প্ৰমিলা যে বচন সদায় ॥
মনোৰথ সিদ্ধি তোৰ কৰিল বিধাতা।
ৰণ জিনি বিহা তোক কৰিবো সৰ্ব্বথা ॥ ৩২৮০৪
তুমি হেন সুন্দৰী বঞ্চিবে নুযুৱায়।
পৰিত্যাগ নোহে জানা চিন্তিবো উপায় ॥
বচনেক বোলো আমি শুনিয়ো সুন্দৰী।
দীক্ষিত যে হুয়া আছো ব্ৰতক আচৰি ॥ ৩২৮০৫
যজ্ঞত সঙ্কল্প কৰি আছো মহাযোগে।
বৰিষেক মানে জানা স্ত্ৰীক নাহি ভোগে ॥
অৱশেষ নাহি কিছু ব্ৰত ভৈলে অন্ত।
ব্ৰত ভৈলে হৈবো তোৰ সম্ভোগ অনন্ত ॥ ৩২৮০৬
সুখভোগ কৰিবাহা মনে যত লয়।
এহিবুলি প্ৰমিলা বুলিলা বিনয় ॥

অর্জ্জুনে বোলয় কন্যা শুনিয়ো বচন।
হস্তিনাক গৈলে তুমি পাইবা সন্ত জন ॥ ৩২৮০৭
আশ্বাসিয়া প্রমিলাক প্রবোধিয়া বীৰে।
প্রমিলাক পঠাই দিলা হস্তিনা নগৰে ॥
নাৰী সঙ্গে চলি গৈলা প্রমিলা সুন্দৰী।
শুভক্ষণ চাই গৈলা হস্তিনা নগৰী ॥৩২৮০৮
সৈন্য সমে ঘোৰা লৈয়া চলিলা অর্জ্জুন।
দুন্দুভি নিশান বাজে শুনিতে নিপুণ ॥
বিদ্যুত সঞ্চৰে ঘোৰা কৰিলা গমন।
ঘণ্টা নাদে ঊর্দ্ধমুখ কৰি দুই কর্ণ ॥ ৩২৮০৯
চাৰি পাশে চলে সেনা হাতে ধনু ধৰি।
অশ্বৰ লগতে চলে তাকে ৰক্ষা কৰি ॥
ভণয় সুবুদ্ধি কৰি কৃষ্ণৰ কথন।
প্রমিলাৰ মন তুষ্ট ভৈলা সর্ব্বক্ষণ ॥ ৩২৮১০
কহে গঙ্গাদাসে শুনা সবে নৰনাৰী।
কৃষ্ণ পদ হৃদি ধৰি বোলা হৰি হৰি ॥
জৈমিনী বোলয় কথা শুনা নৃপবৰ।
ঘোৰা প্রৱেশিলা বৃক্ষ দেশৰ ভিতৰ ॥ ৩২৮১১
বিচিত্র নির্ম্মাণ পুৰী দেখি মনোহৰ।
বৃক্ষত মনুষ্য হৱে সৃষ্টি বিধাতাৰ ॥
প্রভাতে বালক হৱে মধ্যাহ্নে যুৱক।
সন্ধ্যা কালে পৰি মৰে হুয়া যে বৃদ্ধক ॥ ৩২৮১২
মৃগ পশু পক্ষী হোৱে বৃক্ষে সেহি দেশে।
স্রজিলা বিধাতা তাক ভক্ষিবে মানুহে ॥
নৰ পশু মৃগ বহুতৰ হোৱে বৃক্ষে।
ক্ষুধা ভৈলে ৰাক্ষসে বৃক্ষত পৰি ভুক্ষে ॥ ৩২৮১৩
ভক্ষ্য পাই ৰাক্ষসে নাযায় আৰো কোথা।
ৰাক্ষসৰ ভক্ষ্য কৰি স্রজিলা বিধাতা ॥
বৃক্ষ দেশে আছে ভীষ্মণ নৃপবৰ।
পূৰ্ব্বত বধিলা ভীমে তাহান বাপৰ ॥ ৩২৮১৪
ভয়ঙ্কৰ ৰাক্ষস প্রচণ্ড ঘোৰ বনে।
দেৱাসুৰ ৰাক্ষসেও নৰে তাক ৰণে ॥
তিনি কোটি ৰথে চলে সমৰে দুর্জ্জয়।
অসংখ্য পদাতি চলে ৰথ গজ হয় ॥ ৩২৮১৫

কুল পুৰোহিত নামে মহোদৰ তাৰ।
ৰাক্ষসৰ ভিতৰত পৱিত্র আচাৰ ॥
মনুষ্যৰ জাতি তাৰ গাৱে নৱগুণ।
মনুষ্যৰ মুণ্ডমালা গলত নিপুণ ॥ ৩২৮১৬
কর্ণৰ কুণ্ডল তাৰ শোভয় সুন্দৰ।
এক কর্ণে খড়গ আউৰ কর্ণত কুণ্ডৰ ॥
মনুষ্যৰ তেজে তাৰ গাৱত চন্দন।
গজ মহিষৰ ছালে পিন্ধন বসন ॥ ৩২৮১৭
মনুষ্যৰ মুণ্ডে তাৰ কৰে জাপ্য মালা।
গজে মুণ্ডে কুমণ্ডলু শোভি আছে ভালা ॥
গোমুণ্ডে দেৱৰ্চ্চা শঙ্খ শিঙ্গা আদি কৰি।
গড় মুণ্ডে শোভি আছে হস্তৰ অঙ্গুৰি ॥ ৩২৮১৮
শাখা গোত্র বিবৰ্জিত ৰাক্ষসৰ ঋষি।
বৰত তপস্বী সেহি কুল মূল নশি ॥
ধর্ম্ম নষ্ট কৰে কুল মূল বিবৰ্জিত।
তপস্বীৰ বেশে ফুৰে বাঘৰ চৰিত্র ॥ ৩২৮১৯
পৰ্ব্বত গহ্বৰে ফুৰে মুনি ধৰি থায়।
সেহিকালে সেহি ঘোৰা দেখিলে তথাই ॥
পত্র পঢ়ি চাইলা ভীষ্মনৰ ৰবাবৰ।
আশীৰ্ব্বাদ কৰি কহে নৃপতি গোচৰ ॥ ৩২৮২০
তযু পিতৃবৈৰী আসি আছে ধনঞ্জয়।
যজ্ঞ ঘোৰা সঙ্গে লৈয়া তোমাৰ নিলয় ॥
আমাৰ বচন ৰাজা শুনা সাৱধানে।
ঘোৰা আনি অশ্বমেধ কৰিয়া আপুনে ॥ ৩২৮২১
মনৰ অভিষ্ট সিদ্ধি হৈব পুণ্যফল।
যজ্ঞৰ বিধান কিছু আমি জানো ভাল ॥
চতুর্ম্মাসী ব্রত জানা মিলিল আসিয়া।
উপহাৰ মাংস কৈত পাইবো বিচাৰিয়া ॥ ৩২৮২২
উপধর্ম্ম ব্রতকর্ম্ম হৈল উপবাসী।
আমি পৰে ৰাক্ষসৰ নাহিকে উপসি ॥
তযু পিতা বক ৰাজা বৰ ধর্ম্মশীল।
মহা ধর্ম্মশীল সিয়ো বিদগ্ধ আছিল ॥ ৩২৮২৩
পুণ্যশাস্ত্র ধর্ম্মশীল জানে ধর্ম্মনীত।
তপস্বী জানিয়া মোক কৰি পুৰোহিত ॥

চতুৰ্মাসী ভৈলে ৰাজা আপুনি আসিয়া।
ভোগ্যবস্তু মোৰ স্থানে দিবন্ত পঠায়া ॥ ৩২৮২৪
ভীষ্মণে বোলয় শুনা গুৰু পুৰোহিত।
চতুৰ্মাসী ব্ৰত তুমি কৰা কোন নীত ॥
মহোদৰে বোলে শুনা ৰাক্ষসৰ পতি।
চতুৰ্মাসী ব্ৰত আমি কৰো বাঞ্চা আতি ॥ ৩২৮২৫
যতী সতী ব্ৰত উপবাসী যে ব্ৰাহ্মণ।
তাহাক ভক্ষিয়া থাকো মাসযে শ্ৰাৱণ ॥
সিদ্ধযোগী অনাহাৰী বিষ্ণু পৰায়ণ।
ভাদ্ৰ মাসা আহিনত কৰোহো ভক্ষণ ॥ ৩২৮২৬
জগতত পশি ব্ৰহ্মচাৰী যে সন্ন্যাসী।
ঋষিকন্যা মুনিকন্যা ব্ৰত উপবাসী ॥
আহিনত মাসত পাৰ্ব্বতীৰ প্ৰিয়দিনে।
ইহাক ভক্ষণ কৰি থাকো দুখমনে ॥ ৩২৮২৭
ঋষিনাৰী মুনিনাৰী সুকুমাৰী নাৰী।
ই সব কাৰ্ত্তিক মাসে থাকো ভক্ষ কৰি ॥
বিধান কৰিলো আসি তোমাত গোচৰ।
চতুৰ্মাসী ব্ৰত দেখা দুখ ভৈল মোৰ ॥ ৩২৮২৮
ৰাক্ষসৰ ঘৰে জন্ম ভৈল সদাচাৰ।
এত দুখে থাকি শক্তি আছয় কাহাৰ ॥
ভীষ্মণে বোলয় শুনা কুল পুৰোহিত।
কত মাংসে হৱে তযু উদৰ পুৰিত ॥ ৩২৯২৯
শুনি মহোদৰে বোলে শুনা নৃপবৰ।
সহস্ৰ গজৰ মাংসে পূৰয় উদৰ ॥
শতেক গজৰ মাংসে গ্ৰাস মোৰ হয়।
এতেক ভক্ষণে মোৰ সন্তোষ হৃদয় ॥ ৩২৮৩০
ভোজন কৰিবে পাৰো কহিলো নিশ্চয়।
ইহাত অধিক খাইতে মনে নাহি লয় ॥
ভীষ্মণে বোলয় শুনা গুৰু পুৰোহিত।
আশীৰ্ব্বাদ কৰা মোক হওঁ শক্ৰজিত ॥ ৩২৮৩১
অৰ্জ্জুনক জিনি ঘোৰা আনোহো তাহাৰ।
বৎসৰেক মাংস যে যোগাইবো তোমাৰ ॥
গুৰুক নমিয়া পাচে ৰাক্ষসৰ পতি।
তিনি কোটি ৰথে ৰাজা কৰিলা সঙ্গতি ॥ ৩২৮৩২

গজ বাজী সেনা যাই চতুৰঙ্গ দলে।
অৰ্জ্জুনৰ আগে বৈলা ৰাক্ষসসকলে ॥
ৰাক্ষসে বোলয় আজি খাইবোহো মানুষ।
বহুদিনে উদৰক কৰি পৰিতোষ ॥ ৩২৮৩৩
এহিমতে নানা কথা কহে নিশাচৰ।
বিপৰীত বেশ ধৰে আতি ভয়ঙ্কাৰ ॥
পৰ্ব্বতত থাকি দেখে ৰথ ঘোৰা গজ।
অৰ্জ্জুনৰ ৰথে দেখে বৰ কপীধ্বজ ॥ ৩২৮৩৪
বজ্ৰোদৰী নামে তাই ৰাক্ষসী দুৰ্জ্জয়া।
আছিলা অশোক বনে সীতাক ৰাখিয়া ॥
ৰাক্ষসিনী বোলে তৈৰ আইল হনুমান।
পলায়ো ৰাক্ষসী সবে যদি বৈৰ প্ৰাণ ॥ ৩২৮৩৫
হেৰা দেখ হনুমন্ত দুৰ্জ্জয় বানৰ।
লঙ্কাক পুৰিয়া মাৰি আনি নিশাচৰ ॥
অক্ষয়কুমাৰ বীৰ ৰাৱণ নন্দন।
তাহাক বধিলা বীৰে কৰি ঘোৰ ৰণ ॥ ৩২৮৩৬
ভাঙ্গিল অশোক বন লঙ্ঘিয়া সাগৰ।
নয়নে দেখিছো নোবাৰিলা লঙ্কেশ্বৰ ॥
হেন শুনি মহোদৰী বুলিল হাসিয়া।
প্ৰাণৰ কাতৰী যেই যাউক পলায়া ॥ ৩২৮৩৭
এহি বুলি ভৈলা তাই ভয়ঙ্কৰ বেশ।
পৰ্ব্বত সমান হুয়া উঠিলা আকাশ ॥
তিনি যোজনৰ পথ উঠি নিশাচৰী।
যোজনৰ পন্থ হস্তে দেখি ভয়ঙ্কৰী ॥ ৩২৮৩৮
বিকট দশন তাইৰ খাজুৰৰ প্ৰায়।
শেল শূল সম কেশ পিঙ্গলতা ভাৱ ॥
দুই গোটা চক্ষু তাইৰ আঙ্গাৰৰ বৰ্ণ।
বজ্ৰসম নাসা তাইৰ কুলা হেন কৰ্ণ ॥ ৩২৮৩৯
দেৱাসুৰ নৰ যত কৰিছে সংহাৰ।
ত্ৰিভুবনে কম্পমান নাম শুনি তাইৰ ॥
শূলে হানি সেনাসব অসংখ্য মাৰয়।
শুকান বনক যেন অগ্নিয়ে দহয় ॥ ৩২৮৪০
আচাৰে কামুৰে মাৰে যত সেনাগণ।
গজ বাজী মাৰি তাই কৰয় উদ্যম ॥

পলাৱে সকলো সেনা বাক্য নাহি মুখে।
ৰাক্ষসীৰ ৰণ দেখি ভীষ্মণ কৌতুকে ॥ ৩২৮৪১
দেখি ধনঞ্জয় বীৰ মনত বিস্ময়।
মোহোৰ আগত তাই সৈন্যক মাৰয় ॥
শূলৰ আঘাতে তাই বজ্র সমসৰ।
অৰ্জ্জুনৰ সৈন্য মাৰি কৰয় সংহাৰ ॥ ৩২৮৪২
খনো আকাশত উঠে খনো ভূমি পৰে।
ধৰি ধৰি গজ বাজী ভূমিত আচাৰে ॥
অষ্টশৃঙ্গ শৰগোট ধনুগুৰ্ণে জুৰি।
সকল সৈন্যক মাৰে ফুৰয় বাগৰি ॥ ৩২৮৪৩
সহস্ৰ সহস্ৰ বাণ মাৰয় প্ৰচণ্ড।
মাংসে ভৈল পঙ্ক যে শোণিতে বহে নদ ॥
কৰয় ভৈৰৱী নাদ ৰাক্ষসী দুৰ্জ্জয়।
অৰ্জ্জুনৰ সৈন্যসব মাৰি কৰে ক্ষয় ॥ ৩২৮৪৪
পৰ্ব্বত সমান পৰে সৈন্যৰ উপৰে।
কামোৰে চাপাৰে মাৰে চৰণ প্ৰহাৰে ॥
ৰাক্ষসীৰ যুদ্ধ দেখি বিস্ময় অৰ্জ্জুন।
মনে মনে হনুমন্ত কৰয় স্মৰণ ॥ ৩২৮৪৫
অৰ্জ্জুনৰ স্মৰণত আইল হনুমন্ত।
ৰাক্ষসীক দেখি বীৰে অগনি জ্বলন্ত ॥
লাম্ফ দিয়া হনুমন্ত উঠিল আকাশে।
কৰিল অনেক যুদ্ধ মনত হৰিষে ॥ ৩২৮৪৬
লাঙ্গুলে বেঢ়িয়া ধৰি ৰাক্ষসী হৰন্ত।
আকাশে ফুৰায়া সাতবাৰ আচাৰন্ত ॥
উপৰ তুলিয়া মাৰে ভূমিত আচাৰ।
প্ৰাণ লৈয়া ৰাক্ষসীৰ চুৰ্ণকৰি হাড় ॥ ৩২৮৪৭
মাৰিলা মাথাক তুলি বীৰ হনুমান।
কৰি ঘোৰনাদ তাই ত্যজিলা পৰাণ ॥
পৰ্ব্বত সমান বৃক্ষ উফাৰিয়া লৈলা।
কতো সেনা মাৰি পাচে নিজস্থানে গৈলা ॥ ৩২৮৪৮
সৈন্য হত দেখি পাচে ৰাক্ষসৰ পতি।
ৰথে চৰি আইলা বীৰ বিপুল শকতি ॥
ওঠদুই কাম্পে বীৰ ৰক্ত যে লোচন।
কৰে ধনুবাণ ধৰি যম দৰশন ॥ ৩২৮৪৯
আকৰ্ণ পূৰিয়া ধনু চৰি দিব্যৰথে।
অৰ্জ্জুনক খেদি যায়া ৰহিলা আগতে ॥
তোৰ ভাই ভীমে মোৰ পিতৃক বধিলা।
সেহি শোকাকুলে মোৰ শৰীৰ দহিলা ॥ ৩২৮৫০
তোহোক মাৰিয়া গুচাওঁ হৃদয়ৰ শাল।
তোৰ সৈন্য সংহাৰিবো হুয়া যমকাল ॥
নৰমেধ যজ্ঞ কৰো তোহোক কাটিয়া।
তৰ্পণ কৰিবো পাচে ভীমতেজ দিয়া ॥ ৩২৮৫১
এহি বুলি নিশাচৰ ধনু বাণ ধৰি।
সৈন্যসবে অৰ্জ্জুনক ৰণত আৱৰি ॥
তিনি কোটি ৰথ মিলি একখান হুয়া।
বাণে অন্ধকাৰ কৰি আকাশ ঢাকিয়া ॥ ৩২৮৫২
ঢাকিলা আকাশপথ শৰবৃষ্টি কৰি।
দুৰ্জ্জয় ৰাক্ষস বীৰ ঘোৰ ধনু ধৰি ॥
কৰয় ভৈৰৱ নাদ শুনিয়া শবদ।
ৰাক্ষস দেখিয়া সবে ভৈলা নিশবদ ॥ ৩২৮৫৩
তেজ পিয়ে মাংস খাই ৰাক্ষস দুৰ্ব্বাৰ।
ভয় পাই একো বীৰে নকৰে সমৰ ॥
ৰাক্ষস মনুষ্যে জানা বিষম সমৰ।
পলাৱে পাণ্ডৱী সেনা ভয় পায়া বৰ ॥ ৩২৮৫৪
তাক দেখি ধনঞ্জয় অগ্নি হেন জ্বলে।
ৰথে চৰি ধনু ধৰি মহাবেগে চলে ॥
যুৰিলা বৈষ্ণৱী বাণ আতি খুৰধাৰ।
হস্তপদ কাটি কাৰো কাটে ধনু শৰ ॥ ৩২৮৫৫
উৰু শিৰ কাটি কাৰো কাটে ভুজ দণ্ড।
কাটিয়া সৈন্যক সবে কৰে খণ্ড খণ্ড ॥
ৰথসব পতাকা বিবিধ বাদ্য ভণ্ড।
কৱচ কিৰীটি কাটে ছত্ৰ ধনু কাণ্ড ॥ ৩২৮৫৬
মুষল পৰশু গদা মুদগৰ বিশাল।
অৰ্দ্ধচন্দ্ৰ কুলি সাতজয় ভিণ্ডীপাল ॥
এৰয় অমোঘ অস্ত্ৰ যম দৰশন।
কাটিয়া ৰাক্ষস সেনা কৰিলা উছন্ন ॥ ৩২৮৫৭
অৰ্জ্জুনে মাৰিলা যত ৰাক্ষসৰ সেনা।
শুকান বনক যেন দহে অগ্নিকণা ॥

অৰ্জ্জুনৰ বাণ যেন হৰৰ ত্ৰিশূল।
ৰাক্ষস মাৰিয়া বীৰে কৰিলা নিৰ্ম্মূল ॥ ৩২৮৫৮
অযুতে অযুতে মাৰে ত্ৰিশূলে প্ৰহাৰি।
মৃগগণ মধ্যে যেন প্ৰমত্ত কেশৰী ॥
বজ্ৰৰ নিৰ্ঘাত যেন ধনুৰ শবদ।
ৰাক্ষসসবৰ ভৈলা শুনি নিশবদ ॥ ৩২৮৫৯
অৰ্দ্ধচন্দ্ৰ প্ৰহাৰিলা পাৰ্থ মহামত্ত।
অনুক্ৰমে কাটি পাৰে তিনি কোটি ৰথ ॥
কতো আগে কতো পাচে বামে ও দক্ষিণে।
ৰণ দেখি ভয়ঙ্কৰ ৰাক্ষসৰ গণে ॥ ৩২৮৬০
কতো আকাশত চৰে কতো মহীতলে।
ৰথত উঠিয়া কতো চলে বৈৰীদলে ॥
একবিংশতি ৰথ ৰাক্ষস ভয়ঙ্কৰ।
চতুৰ্ভিতি বেঢ়ি মাৰে লক্ষে লক্ষে শৰ ॥ ৩২৮৬১
সূৰ্য্য ৰশ্মি ঢাকি শৰ ভৈলা অন্ধকাৰ।
দুৰ্জ্জয় ৰাক্ষস মাৰি কৰিলা সংহাৰ ॥
মেঘসম সাজি আসে ৰাক্ষসৰ সেনা।
কাটিয়া অৰ্জ্জুনে বিনাশয় ধ্বজ বাণ ॥ ৩২৮৬২
হুঙ্কাৰ কৰিয়া বীৰে এৰে ভিণ্ডীপাল।
কাটিলা ৰাক্ষস সেনা অনেক বিশাল ॥
প্ৰলয়ৰ মেঘসম ভৈলা ধনঞ্জয়।
ভিণ্ডীপালে তিনি কোটি ৰথ কৈলা ক্ষয় ॥৩২৮৬৩
শৰে ছেদি তিনি কোটি ৰথ পৰে খসি।
প্ৰকাশ কৰয় যেন তাৰা ৰবি শশী ॥
শ্ৰাৱণ মাসত যেন বৰিষয় ধাৰে।
সেহিমতে শিৰ পৰে পৃথিৱী উপৰে ॥ ৩২৮৬৪
ধৰণী ভৰিল সবে ৰাক্ষসৰ মাথা।
ভয়তে ৰাক্ষসসব পলায় যথা তথা ॥
এৰিল অমোঘ অস্ত্ৰ তীক্ষ্ণ খুৰবাণ।
বেঢ়িয়া ৰাক্ষস মাৰে কৰি খান খান ॥ ৩২৮৬৫
পৰিল ৰাক্ষস সবে যতেক বাহিনী।
মুণ্ডমালা দিয়া যেন পূজিলা ৰোহিণী ॥
কুণ্ডল সহিতে মুণ্ড ফুৰয় বাগৰি।
সুবৰ্ণ কুণ্ডল পৰে কণকৰ কড়ি ॥ ৩২৮৬৬

নদীত ৰাক্ষস ভাসে মৎস্যৰ সমান।
শোভয় শোণিতে নদী সূৰ্য্যৰ সমান ॥
তিনি কোটি ৰথ ভাসি যায় ৰণমাজে।
মৎস্য যে মগৰ যেন যাই যুদ্ধ সাজে ॥ ৩২৮৬৭
মাংসে যে কৰ্দ্দম ভৈলা পৃথিৱীমণ্ডল।
ভীষ্মণৰ গোচৰে পৰিলা সবে দল ॥
হেন দেখি ভীষ্মণ পলাৱে ভয়মনে।
সকল কাহিনী তেৱে পৰিলন্ত ৰণে ॥ ৩২৮৬৮
গজ বাজী সেনাগণ তিনিকোটি ৰথ।
একেশ্বৰে অৰ্জ্জুনে পঠাইলা যমপথ ॥
ভীষ্মণ পলাৱে তেবে এৰি নিজৰাজ।
গঙ্গাতীৰে ৰহিলেক পায়া মহালাজ ॥ ৩২৮৬৯
অৰ্জ্জুনৰ সৈন্যে তৈতে লোটে ৰাজ্যখণ্ড।
নানাবিধে ৰাজ্য লোটে হুয়া যে প্ৰচণ্ড ॥
ৰাক্ষসৰ ৰাজ্য লোটে মনুষ্য কটক।
ধন ৰত্ন মণি মুক্তা হীৰা যে মৰক ॥ ৩২৮৭০
ভীষ্মণ পলাল যদি পাৰ্থ ধনুৰ্দ্ধৰ।
ঘৰে ঘৰে প্ৰৱেশিয়া দেখিলা নগৰ ॥
সুৱৰ্ণৰ অস্ত্ৰ বস্ত্ৰ নানা অলঙ্কাৰ।
গজ বাজী নানা অস্ত্ৰ ভণ্ডাৰে ভণ্ডাৰ ॥ ৩২৮৭১
ৰাজ্য দেখি মনত বিস্ময় ধনঞ্জয়।
মৃগ পশু পক্ষী নৰ বৃক্ষত হোৱয় ॥
তৈত বীৰগণ সমে পাৰ্থ প্ৰৱেশিলা।
ভীষ্মণ পৰ্ব্বত মধ্যে মায়া পাতি বৈলা ॥ ৩২৮৭২
মনুষ্যৰ গম্য নাই গিৰি ভয়ঙ্কৰ।
সিংহ ব্যাঘ্ৰ শূকৰ চৰয় বহুতৰ ॥
গণ্ড ভালুক মৃগ সবে চৰে তথা।
আচোক মনুষ্য যাইবে অশক্য দেৱতা ॥ ৩২৮৭৩
মায়াবলে ফল মূল কৰিলেক স্থান।
তপস্বী আশ্ৰম যোগ্য কৰিলা উদ্যান ॥
জটাভাৰ শোভা কৰে মনুষ্যৰ মত।
ব্যাঘ্ৰ চৰ্ম্ম পৰিধান ভস্ম সৰ্ব্বাঙ্গত ॥ ৩২৮৭৪
চৰমুখে শুনি তৈত্ত পাৰ্থ উপাগত।
কিছুমান সৈন্য লৈলা তাহান সঙ্গত ॥

দেখিলা বিষম ভাব পাতিছে ভীষ্মণ।
বসিবে আসন দিয়া বুলিলা বচন ॥ ৩২৮৭৫
যেহি বৰ মাগা পাৰ্থ দিবো এতিক্ষণ।
এহি বুলি মায়াদৈত্য বুলিলা বচন ॥
ৰাক্ষসৰ মায়া হেন জানি ধনঞ্জয়।
চক্ৰাঘাতে ভীষ্মণক কাটি ধনঞ্জয় ॥ ৩২৮৭৬
মায়াৰাক্ষসক যদি বধিলা অৰ্জ্জুন।
নিজমূৰ্ত্তি ধৰি প্ৰাণ এৰিলা তেখন ॥
মৰণ কালত তাৰ ঘোৰনাদ শুনি।
অৰ্জ্জুনৰ সৈন্যে কৰে জয় জয় ধ্বনি ॥ ৩২৮৭৭
ৰাক্ষস বধিয়া পাচে ৰঙ্গে ধনঞ্জয়।
ঘোৰা মেলি চলি যায় আনন্দ হৃদয় ॥
বিদ্যুত সঞ্চাৰে ঘোৰা তথাত চলায়।
সৈন্য সমে পাচে পাচে যায় ধনঞ্জয় ॥ ৩২৮৭৮
ধনু ধৰি বীৰসবে ঘোৰাক ৰাখয়।
অসুৰ বধিয়া পাচে চলে মহাশয় ॥
কৃষ্ণৰ কিঙ্কৰে কহে এৰা আন কাম।
পাপ বিমোচন হৌক বোলা ৰাম ৰাম ॥ ৩২৮৭৯

অৰ্জ্জুন-বভ্ৰুবাহনৰ লগত যুদ্ধ

তথা হন্তে ঘোটক চলিলা অনুচৰে।
ঊৰ্দ্ধমুখে চলি যাই পৰ্ব্বতশিখৰে ॥
কতো দূৰে গৈয়া মণিপুৰে প্ৰবেশিলা।
পাচে পাচে ধনঞ্জয় হৰিষে চলিলা ॥ ৩২৮৮০
সেহি পুৰী ৰূপ গুণ কহিতে নপাৰি।
যত্ন কৰি বিধাতায়ে স্ৰজিলন্ত পুৰী ॥
সৰ্ব্বজনপ্ৰিয় ৰাজা বিষ্ণুভক্ত চিত্ত।
শীলৱন্ত বলৱন্ত সৰ্ব্বজন শিষ্ট ॥ ৩২৮৮১
বেদশাস্ত্ৰবেত্তা ৰাজ্য সত্য পৰায়ণ।
ঘৰে ঘৰে হোম যজ্ঞ কৰে সৰ্বক্ষণ ॥
ৰণে বিচক্ষণ আৰো পণ্ডিত সুজন।
মহাকাব্য শাস্ত্ৰ জানে সবে প্ৰজাগণ ॥ ৩২৮৮২
অপভাষ বচন যে নাহিকে সঞ্চাৰ।
হীনজাতিজন যেহি শাস্ত্ৰ অনুসাৰ ॥
প্ৰতিদিনে উৎসৱ কৰয় ঘৰে ঘৰ।
পৰদাৰাগামী নাহি সেহিটো নগৰ ॥ ৩২৮৮৩
বভ্ৰুবাহা নামে তাত আছে মহাৰাজা।
নিজ বাহুবলে পালে নগৰৰ প্ৰজা ॥
হেন ৰাজ্য দেখি ধনঞ্জয় মহাশয়।
হংসধ্বজ নৃপতিত কথাক শোধয় ॥ ৩২৮৮৪
নগৰৰ কিবা নাম কহিয়ো সম্প্ৰতি।
একো দেশে নেদেখিলো এনুৱা বসতি ॥
কোন নৰপতি আত কোন বলৱন্ত।
আক জানিবাক খোজো কহা মতিমন্ত ॥ ৩২৮৮৫
কহ হংসধ্বজ ৰাজা আমাৰ বিদিত।
কোন ৰাজ্য হৱে আক কহিয়ো চৰিত ॥
অৰ্জ্জুনৰ বাক্য শুনি নৃপতি তেখন।
হংসধ্বজ ৰাজা পাচে কহিলা তেখন ॥ ৩২৮৮৬
এহি মণিপুৰ ৰাজ্য সবে পুণ্যবান।
সৰ্ব্বজন বিষ্ণুভক্ত বলে বলৱান ॥
বভ্ৰুবাহা নামে ৰাজা হোৱে মহামতি।
প্ৰথম বয়স ৰাজা তেজ বীৰ্য্যে আতি ॥ ৩২৮৮৭
দাতাৰ প্ৰধান ৰাজা মহা ধনুৰ্দ্ধৰ।
বিক্ৰমে বিশাল ৰাজা ইন্দ্ৰ সমসৰ ॥
আমি সম নৰপতি থাটয় বিস্তৰে।
ক্ষুদ্ৰ ৰূপ হুয়া আমি থাকো তাৰ দ্বাৰে ॥৩২৮৮৮
সহস্ৰেক সুবৰ্ণ শকটে পূৰ্ণ কৰি।
বৰিষেক কৰে দান বিপ্ৰমন পূৰি ॥
আমি হেন সহস্ৰেক ৰাজা সবে তাৰে।
ৰণে জিনিবাক তাক দেৱেও নপাৰে ॥ ৩২৮৮৯
স্বৰূপে জিনিবা হেন নেদেখো সাক্ষাতে।
বভ্ৰুবাহা ৰাজাক জিনিবা কেনমতে ॥
সুবুদ্ধি যে নাম তাৰ আছে সেনাপতি।
কাৰ্ত্তিকৰ সম ৰণে বল হোৱে আতি ॥ ৩২৮৯০
সুবুদ্ধিক লৈয়া যদি আসে মহাৰণে।
বৰ বৰ ৰাজা জিনিবন্ত তেতিক্ষণে ॥
ইমত সঙ্কট স্থানে মেলিলেক হয়।
নজানি কি কৰ্ম্মফলে ৰণে ধনঞ্জয় ॥ ৩২৮৯১

যদি বভ্রুবাহা ৰাজা এই ঘোৰা ধৰে।
নপাৰিবা উদ্ধাৰিবা তোমৰা সমৰে ॥
হংসধ্বজ ৰাজা যেবে কহিলা কথন।
অকস্মাত গৃধ্রী এক পৰিলা তেখন ॥ ৩২৮৯২
অৰ্জ্জুনৰ কিৰীটীয়ো ভূমিত পৰিল।
সেহিবেলা গিৰ্ গিৰ শবদ উঠিল ॥
অমঙ্গল যত ভৈল অশুভৰ চিন।
অৰ্জ্জুনৰ যত সেনা দেখি দীপ্তিহীন ॥ ৩২৮৯৩
সৰ্ব্বজন চিন্তিত অশুভ আলোকিয়া।
সেনাগণ কম্পমান ভয় নিৰীখিয়া ॥
হেনকালে চতুৰঙ্গে প্ৰবেশিলা পুৰে।
সত্বৰে প্ৰবেশ ভৈল ৰাজাৰ গোচৰে ॥ ৩২৮৯৪
কোন নৃপতিৰ ঘোৰা পালা কোন বীৰ।
আসিলন্ত মণিপুৰ নগৰে গম্ভীৰ ॥
চক্রুবাহা বীৰে শুনিলেক এহি বাক্য।
আদেশ কৰিলা ৰাজা ঘোৰা আনিবাক ॥ ৩২৮৯৫
ৰাজাৰ বচন শুনি কৰিলা গমন।
সন্ধ্যাকালে ঘোৰা ধৰি নিলন্ত তেখন ॥
সভাৰ মাজত ৰাজা আছন্ত বসিয়া।
বহু পাত্র মন্ত্ৰীগণে বেষ্টিত কৰিয়া ॥ ৩২৮৯৬
মণিৰ প্ৰদীপে জ্বলে সভা বিদ্যমান।
সিংহাসনে বসি আছে ইন্দ্ৰৰ সমান ॥
সেহিকালে ঘোৰা ধৰি আনিলন্ত চৰে।
আপুনি পঢ়িলা ৰাজা পত্ৰৰ অক্ষৰে ॥ ৩২৮৯৭
চন্দ্ৰবংশে মহাৰাজা ধৰ্ম্ম যুধিষ্ঠিৰ।
হস্তিনাপুৰীৰ ৰাজা আতি মহাধীৰ ॥
জ্ঞাতিবধ জন্য পাপ ভয় খণ্ডিবাক।
আৰম্ভিলা অশ্বমেধ যজ্ঞ কৰিবাক ॥ ৩২৮৯৮
কনিষ্ঠ সোদৰ ধনঞ্জয় মহাবীৰ।
ঘোৰা ৰক্ষা হেতু নিয়োজিলা নৃপবৰ ॥
যি ৰাজাৰ শক্তি আছে ধৰিয়ো ঘোটক।
শক্তিহীন নৰপতি শৰণ পশোক ॥ ৩২৮৯৯
বভ্রুবাহা ৰাজা হেন পঢ়িয়া লেখন।
সুবুদ্ধি মন্ত্ৰীৰ স্থানে কহয় তেখন ॥
যুধিষ্ঠিৰ কনিষ্ঠ অৰ্জ্জুন পুণ্যৱন্ত।
তীৰ্থযাত্ৰা কৰি পূৰ্ব্বে পৃথিৱী ভ্ৰমন্ত ॥ ৩২৯০০
গন্ধৰ্ব্ব ৰাজাৰ কন্যা চিত্ৰাঙ্গদা নাম।
সৰ্ব্বৰূপে কলাপূৰ্ণ গুণে অনুপাম ॥
পাৰ্থে বিহা কৰি তাক দৈৱৰ ঘটন।
কতো দিন আছি পাৰ্থ শহুৰ ভৱন ॥ ৩২৯০১
পাৰ্থৰ ঔৰষে চিত্ৰাঙ্গদাৰ উদৰে।
মোহোৰ জনম ভৈলা গন্ধৰ্ব্ব নগৰে ॥
তেবে মোৰ মাতৃ এৰি গৈলা ধনঞ্জয়।
যুধিষ্ঠিৰ পাশে গৈলা বীৰ মহাশয় ॥ ৩২৯০২
মহা মহা নৰপতি গন্ধৰ্ব্ব বিদিত।
নৃত্য কৰে মাতৃ মোৰ আতি সুললিত ॥
দৈৱগতি তান অঙ্গ নৃত্যত দেখিলা।
শাপিলন্ত মাতামহে ক্ৰোধমতি ভৈলা॥ ৩২৯০৩
কুম্ভীৰ শৰীৰ হুয়া থাক গৈয়া জলে।
এহি শাপ দিলা মোক বহু পুণ্যফলে ॥
তেবেতো আমাৰ মাৱ পৰিশ্ৰান্ত ভৈলা।
শাপৰ শাপান্ত তেবে মাগিয়া লভিলা ॥ ৩২৯০৪
যদি দৈৱগতি আসি ধনঞ্জয় মিলে।
তান দুই পাদপদ্ম পৰশ কৰিলে ॥
তাত হন্তে হৈব তোৰ শাপৰ মুকতি।
স্বামী ধৰ্ম্ম বিনে তোৰ নাহি আনগতি ॥ ৩২৯০৫
এহি শাপ পাই তেবে মাতৃ গৈলা ঘৰ।
এহি মণিপুৰে আসি স্থান কৈলা মোৰ ॥
নাগকন্যা অৰ্জ্জুনৰ অপৰ বণিতা।
উলুপী তাহান নাম আতি সুচৰিতা ॥ ৩২৯০৬
উলুপী মোহোক পালিলন্ত চিৰকাল।
তাহান প্ৰসাদে আমি আত মহীপাল ॥
সি কাৰণে আমাৰ জনক ধনঞ্জয়।
কিমতে কৰিলে যোগ্য তযু মনে লয় ॥ ৩২৯০৭
নজানিয়া ঘোৰা মই ধৰিয়া বান্ধিলো।
পত্ৰ পঢ়ি পাচে মই পিতৃক জানিলো ॥
কি কৰ্ম্ম কৰিবো আৰে শুনা মন্ত্ৰীবৰ।
পিতৃযজ্ঞ নষ্ট ভৈলে নৰক বিস্তৰ ॥ ৩২৯০৮

ৰাজাৰ বচন শুনি সুবুদ্ধি বুলিলা।
পাণ্ডুবংশে জন্ম হেন সকলে জানিলা ॥
তোমাৰ জনক হবে বীৰ ধনঞ্জয়।
তাহান সমীপে চলা লৈয়া যজ্ঞ হয় ॥ ৩২৯০৯
বাপৰ চৰণে ভক্তি পুত্ৰৰ আচাৰ।
চাৰিবেদে কহি আছে এহি ব্যৱহাৰ ॥
প্ৰথমে তাহান ঘোৰা নজানি ধৰিলা।
অজ্ঞান স্বৰূপে অপৰাধক কৰিলা ॥ ৩২৯১০
ঘোৰা লৈয়া চলি যায়া তাহান বিদিত।
পৰিয়াল লৈয়া ৰাজা পৰিবা ভূমিত ॥
প্ৰণামি চৰণে তেবে শত বাৰম্বাৰ।
বৎসৰেক ঘোৰা সমে ফুৰা ৰাখিবাৰ ॥ ৩২৯১১
বাপৰ আদেশে ধৰ্ম্ম পথক ৰাখিয়ো।
ৰাজ্য ধন যত আছে তানে সমৰ্পিয়ো ॥
তযু পিতৃ ৰাজ্য লৈয়া থাকোক নগৰে।
ঘোৰা ৰাখিবাক তুমি চলা দেশান্তৰে ॥ ৩২৯১২
বাপৰ সহায় হৈবা তনয়ৰ ধৰ্ম্ম।
সত্বৰে কৰিয়ো তুমি এই সব কৰ্ম্ম ॥
মন্ত্ৰীৰ বচনে ৰাজা প্ৰসন্ন যে ভৈলা।
সাধু সাধু বুলি ৰাজা প্ৰশংসা কৰিলা ॥ ৩২৯১৩
হৰিষে চলোক সেনা কৰিয়া মঙ্গল।
নানা বাদ্য ভণ্ড কৰি চলিয়ো সকল ॥
অন্তেসপুৰে যত নাৰী চলোক ত্বৰিতে।
বাপৰ চৰণে শিৰে প্ৰণাম কৰিতে ॥ ৩২৯১৪
বহুধন ৰত্ন মণি লৈয়া উপহাৰ।
আহা মোৰ সৰ্ব্বজন পিতৃ দেখিবাৰ ॥
মঙ্গল কৰোক যত মাঙ্গলিক জনে।
নটে ভাটে চলিয়োক পটুক ব্ৰাহ্মণে ॥ ৩২৯১৫
নৃত্যগীত কৌতুকক কৰা সবে বল।
বাদ্য যেহি জানে বাউক বাজন সকল ॥
এহি ৰাত্ৰিকালে চলিয়োক সৰ্ব্বজনে।
প্ৰণাম কৰিবো আমি বাপৰ চৰণে ॥ ৩২৯১৬
এহিবুলি নৰপতি চলিলা সত্বৰে।
সৰ্ব্ব ৰাজ্যখান লৈয়া বাহিৰ নগৰে ॥
যথা ধনঞ্জয় বীৰ সৈন্য সমাচাৰ।
ব্যূহ পাতি বসি আছে কৰিবে সমৰ ॥ ৩২৯১৭
প্ৰদ্যুম্ন প্ৰভৃতি বীৰে সৈন্যক ৰাখয়।
আপুনি অৰ্জ্জুন বীৰ সাজিয়া আছয় ॥
যদুবংশ পাণ্ডুবংশ সবে আছে সাজি।
বভ্ৰুবাহা জিনিবাক আৰোহিয়া বাজী ॥ ৩২৯১৮
নীলধ্বজ অনুশাল আৰো হংসধ্বজ।
যুদ্ধ সাজে আছে সবে আৰোহিয়া গজ ॥
কৰ্ণৰ নন্দন বীৰ আছে সাৱধানে।
মেঘবৰ্ণ বীৰ সাজি আছে বলবানে ॥ ৩২৯১৯
সেহিবেলা বভ্ৰুবাহা নামে নৰপতি।
তথাত মিলিলা গৈয়া গজস্কন্ধে গতি ॥
দূৰে থাকি গজ এৰি ভূমিপদ হুয়া।
চাহিতে চাহিতে গৈলা মাথাক দমায়া ॥ ৩২৯২০
খনো খনো দূৰে থাকি কৰয় প্ৰণাম।
বহু উপহাৰ আনে আতি মনোৰম ॥
দধি দুগ্ধ ঘৃত মধু আৰো ক্ষীৰ ঘন।
আশীৰ্ব্বাদ কৰে তেবে সকল ব্ৰাহ্মণ ॥ ৩২৯২১
জয় জয় সুমঙ্গল কৰে সভামাজ।
অন্তেসপুৰী নৰ-নাৰী বভ্ৰুবাহা ৰাজ ॥
যজ্ঞৰ ঘোটক আগ কৰি আপুনাৰ।
বহুবিধ ৰত্নমণি দিলা উপহাৰ ॥ ৩২৯২২
অৰ্জ্জুনক দেখি ৰাজা ভূমিত পৰিলা।
দণ্ডৱত কৰি ৰাজা প্ৰণাম কৰিলা ॥
লক্ষ লক্ষ লোক ৰাজ্য মণিপুৰেশ্বৰ।
দণ্ডৱতে প্ৰণামিলা চৰণ পাৰ্থৰ ॥ ৩২৯২৩
অন্তেসপুৰবাসী যত সবে নাৰীগণে।
উদ্দেশ প্ৰণাম কৰি অৰ্জ্জুন চৰণে ॥
ৰত্ন মণি অশ্ব ৰথ গজ বহুতৰ।
উপহাৰ বস্তু দিলা অৰ্জ্জুন গোচৰ ॥ ৩২৯২৪
দণ্ডৱত কৰি বভ্ৰুবাহা নৰপতি।
পাৰ্থৰ সমীপে গৈয়া কৰে নানা স্তুতি ॥
মাথে পিতৃপদ তুলি আমৰি বসন।
ধূলি মুচি শিৰে লৈয়া বুলিলা বচন ॥ ৩২৯২৫

তোমাৰ তনয় মই মাতৃয়ে কহিলা।
চিত্ৰাঙ্গদা মাতৃ মোক উদৰে ধৰিলা॥
যমুনাক গৈয়া পূৰ্ব্বে তীৰ্থ কৰিবাক।
তোমাৰ ঔৰষে মাতৃ উদৰে আমাক॥ ৩২৯২৬
দেৱী চিত্ৰাঙ্গদা মোক উদৰে ধৰিলা।
নাগকন্যা উলুপীয়ে পালন কৰিলা॥
নজানিয়া ঘোৰা মই প্ৰথমে ধৰিলো।
পত্ৰ পঢ়ি পিতৃ হেন পাচত জানিলো॥ ৩২৯২৭
ৰাজ্য ধন জন যত সবেয়ো তোমাৰ।
নজানি কৰিলো দোষ ক্ষমিয়ো আমাৰ॥
সৰ্ব্ব সৈন্য লৈয়া মই ঘোটক ৰাখিবো।
আজ্ঞা কৰা মহাশয় দোষক ক্ষমিয়ো॥ ৩২৯২৮
এহি বুলি পুনু ৰাজা ভূমিত পৰিলা।
দুই সৈন্যে অৰ্জ্জুনৰ মুখ নিৰেখিলন্ত॥
কিছু নুবুলিয়া পাৰ্থ মৌন যে ৰহিলা।
প্ৰদ্যুম্ন প্ৰভৃতি বীৰে কহিবে লাগিলা॥ ৩২৯২৯
আপুন তনয় তযু বিনয় কৰয়।
ভূমিৰ তুলিয়া বীৰ কোলাত কৰিয়ো॥
পুত্ৰৰ ঐশ্বৰ্য্য যত গ্ৰহণ কৰিয়ো।
উপহাৰ বস্তু যত সকলে ৰাখিয়ো॥ ৩২৯৩০
এতেক শুনিয়া সব বীৰৰ বচন।
ক্ৰোধে কাম্পে ধনঞ্জয় ৰক্ত যে লোচন॥
চকিত ভৈলন্ত পাৰ্থ শুনি এহি কথা।
ঔৰ সম চক্ষু কৰি নমাইলন্ত মাথা॥ ৩২৯৩১
ইসব বচন শুনি পাৰ্থ মহাবীৰ।
ক্ৰোধ কৰি চৰণে খেপিলা তান শিৰ॥
দুৰে যাস পাপী তই নাথাক ওচৰে।
মোৰ পুত্ৰ নুহে তই ভিন্ন কলেৱৰে॥ ৩২৯৩২
বেশ্যাকাৰ্য্যে চিত্ৰাঙ্গদা তোক প্ৰসৱিলা।
সৰ্ব্বথা আমাৰ বীৰ্য্যে তোক নজন্মাইলা॥
জ্ঞানে বা ধৰিলি কিবা অজ্ঞানে ধৰিলি।
প্ৰথমে আমাৰ ঘোৰা তই বলে নিলি॥ ৩২৯৩৩
কেনে যুদ্ধে ভয় তই পালি দুৰাচাৰ।
বেশ্যা বৃত্তি কৰি লৰা আনি উপহাৰ॥
আমাৰ ঔৰষে জন্ম বৰ কেনে ভীত।
অভিমন্যু পুত্ৰ মোৰ বৰ প্ৰতিষ্ঠিত॥ ৩২৯৩৪
চক্ৰব্যূহ ভেদি দ্ৰোণ কৰ্ণ আগে গৈয়া।
ৰণে ভীষ্ম বীৰ সমে সমৰ কৰিয়া॥
সমৰত সিংহ প্ৰায় সুভদ্ৰা নন্দন।
শৃগালৰ সম তই ৰণে ভয় মন॥ ৩২৯৩৫
মোৰ বাণে সৈন্য তোৰ ৰণে নপৰিল।
তোৰ হৃদি মোৰ বাণে কিছু নপশিল॥
কেনে ভয় পায়া তই শৰণ পশিলি।
ক্ষত্ৰিয়ৰ ধৰ্ম্ম যত সবে সংহাৰিলি॥ ৩২৯৩৬
নৰ্ত্তকী তোমাৰ মাৰ বেশ্যা ব্যৱহাৰ।
ৰাজযোগ্য নুহি তই পাপী কুলাঙ্গাৰ॥
নৰ্ত্তক স্বৰূপে তই নৃত্য কৰ গৈয়া।
গুচিয়ো পাপীষ্ঠ ধনু বাণক বৰ্জ্জিয়া॥ ৩২৯৩৭
অৰ্জ্জুনৰ বাক্য হেন শুনিয়া নিষ্ঠুৰ।
বভ্ৰুবাহা নৰপতি ক্ৰোধিলা বিস্তৰ॥
হাসিয়া নৃপতি বোলে শুনিয়ো পাণ্ডৱ।
পাণ্ডু ক্ষেত্ৰে জন্ম তযু ইন্দ্ৰৰ সম্ভৱ॥ ৩২৯৩৮
আপুনি পাসৰি তুমি বিভ্ৰম নহৱা।
বেশ্যা নহে তুমি মোক সভামধ্যে কৰা॥
মোৰ মাৰ পৰিহৰি গৈলা নিজ দেশ।
তাৰ প্ৰতিফল আজি পাইবাহা বিশেষ॥৩২৯৩৯
সেহি পাপফল আজি পাইবাহা সমৰে।
ক্ষত্ৰিয়ৰ নাম আজি দেখাইবো তোমাৰে॥
কাহাৰ যে শক্তি ঘোৰা উদ্ধাৰিবে পাৰে।
ৰাজা বোলে সেনা আজি সাজোক সত্বৰে॥ '৪০
এহি শুনি সেনা উঠি গড়ৰ উপৰে।
গাৱত কৱচ পিন্ধে কৰিবে সমৰে॥
হাতে ধনুবাণ লৈয়া হুয়া মহামত্ত।
সাজ সাজ বীৰগণ আমাৰ সম্মত॥ ৩২৯৪১
ৰণত প্ৰচণ্ড বৰ ক্ৰোধে মত্ত গজ।
সাত কোটি ৰথমধ্যে উচ্চ তাৰ ধ্বজ॥
যুদ্ধ সাজে আইল সবে নাহিকে উপাম।
জাজ্বল্য সমান বীৰ কালান্তক যম॥ ৩২৯৪২

ৰথৰ নাহিকে সংখ্যা নাহি তুৰঙ্গৰ ।
বক্ৰুবাহা সিংহনাদ কৰে ভয়ঙ্কৰ ॥
ধনুৰ টঙ্কাৰ দেখি শুনিয়া নিৰ্ঘাত ।
অশ্বৰ সজিয়া আনি বক্ৰুবাহা ৰথ ॥ ৩২৯৪৩
ৰথত উঠিলা বীৰ হাতে ধনু শৰ ।
অৰ্জ্জুনৰ পুত্ৰ বীৰ কৰিবে সমৰ ॥
পিতৃ হেন জানি মই আছো শান্ত হুয়া ।
ৰুদ্ৰৰূপ হৈলা তেবে ধৰ্ম্মক জনায়া ॥ ৩২৯৪৪
হাতত গাণ্ডীৱ অস্ত্ৰ গ্ৰহণ কৰিয়ো ।
সমৰত গোটেক যে বাণক সহিয়ো ॥
দুই সৈন্যে সংগ্ৰামত যুদ্ধ আচৰিলা ।
বক্ৰুবাহা নৰপতি সমুখে ৰহিলা ॥ ৩২৯৪৫
মহাদৰ্প কৰি বোলে বীৰ ধনঞ্জয় ।
দেখিয়া ক্ৰোধিলা অনুশাল মহাশয় ॥
আৰোহিলা ৰথে অনুশাল নৰপতি ।
বক্ৰুবাহা সমে যুদ্ধ কৰিবাৰ মতি ॥ ৩২৯৪৬
ধনুৰ টঙ্কাৰ কৰি ক্ৰোধ কৰি বোলে ।
নৱ বাণ জুৰিলেক বীৰ অনুশালে ॥
আকৰ্ণ পূৰিয়া শৰ অনুশালে এৰে ।
বক্ৰুবাহা নৃপতিৰ হৃদয়ত পৰে ॥ ৩২৯৪৭
সহিয়া তাহাৰ বাণ বক্ৰুবাহা বীৰে ।
শত বাণ হানে অনুশালৰ শৰীৰে ॥
অনুশালে বাণ কাটি পাৰে অৰ্দ্ধ পথে ।
অসুৰ যুজয় যেন দুই মহাৰথে ॥ ৩২৯৪৮
অন্যো অন্যে বাণ মাৰি অন্যো অন্যে ভেদি ।
অন্যো অন্যে বাণ কাটি অন্যো অন্যে ছেদি ॥
বাণে ফুটি দুই জন বিক্ষত শৰীৰ ।
ধাৰাষাৰে শৰীৰৰ পৰয় ৰুধিৰ ॥ ৩২৯৪৯
মহাকোপে বক্ৰুবাহা অৰ্জ্জুন নন্দন ।
চাৰিবাণে চাৰিঘোৰা কাটিলা তেখন ॥
সাৰথিক কাটি ৰথ কাটিলা তাহাৰ ।
ধনুক ছেদিলা পাচে অসুৰ ৰাজাৰ ॥ ৩২৯৫০
অনুশালে আন ৰথে কৰি আৰোহন ।
আন ধনু লৈয়া আইলা কৰিবাক ৰণ ॥
মহাবীৰ অনুশালে ক্ৰোধিলা সমৰে ।
বক্ৰুবাহা নৃপতিৰ সাৰথি সংহাৰে ॥ ৩২৯৫১
ধ্বজ ছত্ৰ ৰথ সব চূৰ্ণাকৃত কৰে ।
হাতৰ ধনুক বীৰে কাটিলা সত্বৰে ॥
শত যে সহস্ৰ বাণ প্ৰহাৰি শৰীৰে ।
সিংহনাদ কৰিলেক অনুশাল বীৰে ॥ ৩২৯৫২
ক্ৰোধ কৰি বক্ৰুবাহা হুয়া পদগতি ।
আন ধনুখান লৈলা যুজিবাৰ মতি ॥
অনুশাল ৰাজাৰ কাটিলা সেহি ৰথ ।
ৰথভঙ্গে অনুশাল ভৈলা ভূমিগত ॥ ৩২৯৫৩
ক্ৰোধ কৰি অনুশালে গদা প্ৰহাৰিলা ।
বক্ৰুবাহা অৰ্দ্ধপথে গদাক ছেদিলা ॥
গদা ছেদ কৰি বীৰে শৰ প্ৰহাৰয় ।
অনুশাল বীৰে তাৰ দুখ নসহয় ॥ ৩২৯৫৪
হৃদয়ত পৰি শৰ মৰ্ম্মস্থানে গৈলা ।
মূৰ্চ্ছা যাই অনুশাল ভূমিত পৰিলা ॥
অনুশাল মূৰ্চ্ছা যাই দেখে বিদ্যমান ।
প্ৰদ্যুম্ন আসিল ৰণে লৈয়া ধনুবাণ ॥ ৩২৯৫৫
থাক থাক ডাক ছাৰে বীৰ মহাশয় ।
দশবাণ হানিলেক অৰ্জ্জুনতনয় ॥
সহিয়া তাহান বাণ বক্ৰুবাহা বীৰে ।
অযুতে নিযুতে বাণ হানয় শৰীৰে ॥ ৩২৯৫৬
অদ্ভুত সমৰ ভৈলা দুহানৰ ৰণে ।
দেখিয়া আনন্দ ভৈলা সবে দেৱগণে ॥
অন্যো অন্যে সমৰ কৰয় দুই বীৰে ।
দুইকো দুই শৰ হানে নিৰ্ভয় শৰীৰে ॥ ৩২৯৫৭
পুনৰপি ৰথে উঠি দেখে বিৰথীক ।
ভূমিগত হুয়া যুজে পদাতি যতেক ॥
দুই মহাবীৰে যুদ্ধ কৰিলা বহুত ।
আকাশে থাকিয়া দেৱে দেখন্ত অদ্ভুত ॥ ৩২৯৫৮
দুহানো সমৰে বহু পৰিল বাহিনী ।
শোণিতে বহয় নদী যেন তৰঙ্গিণী ॥
সাত সাত কবন্ধ পৰিল ৰণস্থলে ।
সংহাৰ কৰয় সৈন্য দুহানৰ বলে ॥ ৩২৯৫৯

অস্ত্রে সৈন্য হত দুইৰো ভূমিত বাগৰে।
বিমূৰ্চ্ছিত হুয়া দুয়ো ৰথহন্তে পৰে ॥
ক্ষণেকে চেতন পাইলা দুই মহাবীৰ।
গদা লৈয়া দুই বীৰে যুজয় গম্ভীৰ ॥ ৩২৯৬০
কতো নিন্দা কৰে দুই কৰয় মণ্ডলী।
সঘে জয় সঘে হাৰ যুজে মহাবলী ॥
ক্ষণেকে মূৰ্চ্ছিত হৱে ক্ষণকে উঠয়।
অন্যো অন্যে দুইজনে গদা প্ৰহাৰয় ॥ ৩২৯৬১
অনুপৰ ভেদ নাই দুইতো দাৰুণ।
কৃষ্ণপুত্ৰ পাৰ্থপুত্ৰ দুয়ো নহে হীন ॥
অন্যো অন্যে ক্ৰোধ কৰি সৈন্যক কাটয়।
যতেক পৰিল সেনা লেখা নাহিকয় ॥ ৩২৯৬২
সত্যযুদ্ধে প্ৰদ্যুম্নক জিনিবে নৰিল।
মায়াযুদ্ধ কৰি বহু ৰণ আচৰিল ॥
মায়া যুদ্ধ দেখি পাচে অনুশাল বীৰ।
পুনু যুদ্ধে আইলা বীৰ বিক্ষত শৰীৰ ॥ ৩২৯৬৩
নীলধ্বজ বীৰ আৰ ক্ৰোধে যৌৱনাশ্বে।
সুবেগ কুমাৰ আইল যুজিবাৰ আশে ॥
হংসধ্বজ ৰাজা যাই বভ্ৰুবাহা ৰণে।
নানাবিধে চলে সেনা বাদ্য যে বাজনে ॥ ৩২৯৬৪
অন্ত নিসন্ত আইল লহাঙ্গি কুমাৰ।
মেঘবৰ্ণ কুমাৰ আইল যুজিবাৰ ॥
আৰো কতো সেনা আসে আতি থূলন্তৰ।
কৰ্ণপুত্ৰ বৃষকেতু ধাইলন্ত সত্বৰ ॥ ৩২৯৬৫
যদুবংশ পাণ্ডুবংশ যত বীৰগণ।
বভ্ৰুবাহা সমে সবে দিলা বৰ ৰণ ॥
অৰ্জ্জুন সমান বীৰ অৰ্জ্জুন নন্দন।
শঙ্কৰ সমান বীৰ ভৈলা আগুৱান ॥ ৩২৯৬৬
সব মহাবীৰ সমে দিলা এক জাপ।
চাহি আছে বভ্ৰুবাহা যেন কালসাপ ॥
সকলে বীৰৰ বাণ কৰিলা সংহাৰ।
সিংহনাদ কৰি বীৰে জাজ্বল্য আপাৰ ॥ ৩২৯৬৭
প্ৰদ্যুম্ন প্ৰভৃতি বীৰ ভৈলন্ত সৰ্ব্বত্ৰে।
পুনু পুনু বাণ হানি চলয় একত্ৰে ॥
সীমা সংখ্যা নাহি বাণ যত পৰে ৰথে।
সকলে প্ৰহাৰে বাণ বভ্ৰুবাহা পথে ॥ ৩২৯৬৮
সবাকে বিৰথী কৈলা কুমাৰ প্ৰচণ্ড।
সকলে বীৰক কাটি পেলাইলেক দণ্ড ॥
পাঞ্চ পাঞ্চ বাণ হানি একো একোবীৰ।
ভূমিত পৰিল সবে মূৰ্চ্ছিত শৰীৰ ॥ ৩২৯৬৯
সবে বীৰ পৰিলেক ৰণে মোহ হুয়া।
সংহৰে পাৰ্থৰ সৈন্য বাণ প্ৰহাৰিয়া ॥
পকা তালফল যেন বৃক্ষ তলে পৰে।
তেনমতে মুণ্ডসব ভূমিত বাগৰে ॥ ৩২৯৭০
গজ মুণ্ড কাটিয়া কৰিলা খণ্ড খণ্ড।
অৰ্জ্জুনৰ সেনা সবে কৰি লণ্ড ভণ্ড ॥
অশ্ব গজ সমৰত বহুত পৰিলা।
তিলৰ প্ৰমাণে ৰথ অনেক ছেদিলা ॥ ৩২৯৭১
ভাঙ্গিলা পাৰ্থৰ সৈন্য ধাৱে চাৰি ধাৰে।
তৃণক উৰাইলা যেন বায়ুৰ প্ৰহাৰে ॥
চিত্ৰাঙ্গদা নন্দনে বিষম ধনু ধৰে।
অৰ্জ্জুনৰ সৈন্য যত পঠাই যমঘৰে ॥ ৩২৯৭২
ৰণত জিনিলা বীৰ নিৰ্ভয় শৰীৰ।
পৰিল অনেক সৈন্য ৰণে নাহি স্থিৰ ॥
মেঘক উৰাইলা যেন প্ৰচণ্ড পৱনে।
অগ্নিয়ে দহয় যেন শুখান কাননে ॥ ৩২৯৭৩
সেহিমতে সকল বাহিনী সংহৰিলা।
প্ৰদ্যুম্ন প্ৰভৃতি বীৰ সবে ভঙ্গ দিলা ॥
প্ৰাণ ৰক্ষা কৰি গৈলা অৰ্জ্জুনৰ পাশ।
যি আছিলা ৰণস্থলী কৰিলা বিনাশ ॥ ৩২৯৭৪
তেজে মাংসে পঙ্ক ভৈলা ধৰণী মণ্ডল।
সৈন্যে হস্তী অলঙ্কাৰে ভৰি ৰণস্থল ॥
অৰ্জ্জুনৰ সব সৈন্য ৰণে ভৈলা হত।
পৰিয়া সকলো সেনা গৈলা যমপথ ॥ ৩২৯৭৫
মস্তক বৰ্জ্জিত স্কন্ধ দেখান্তে তৰাস।
প্ৰদ্যুম্ন প্ৰভৃতি বীৰ ভৈলন্ত হতাশ ॥
চেতনক পাই পৰিলেক ভূমিতলে।
মৃতপ্ৰায় হুয়া পৰে ষাৰ বিষ জালে ॥ ৩২৯৭৬

মহাবীৰ বভ্রুবাহা সমৰে দুৰ্ব্বাৰ।
প্রদ্যুম্নক আদি কৰি কৰিলা সংহাৰ ॥
সমুখ সমৰে যেই পৰিলেক ৰণে।
স্বৰ্গপুৰে চলি গৈলা বিচিত্ৰ বিমানে ॥ ৩২৯৭৭
বিদ্যাধৰীগণে আসি নেই নৃত্যে গীতে।
পৰম হৰিষে আসি চামৰে ঢোলন্তে ॥
হেনমতে যাই বীৰ তাহাৰ ভুবন।
হেন দেখি দেৱগণ হৰিষিত মন ॥ ৩২৯৭৮
এহিমতে সৈন্যসব কৰয় সমৰ।
জৈমিনী কহয় জন্মেজয়ৰ গোচৰ ॥
শুনিয়া মুনিৰ বাক্য ৰাজা জন্মেজয়।
শুনিলো অদ্ভুত কথা আতিকে বিস্ময় ॥ ৩২৯৭৯
ইমত অদ্ভুত ত্ৰিভুৱনে নাহি শুনি।
পিতা পুত্ৰে যুদ্ধ কৰে হুয়া নৃপমণি ॥
লোকে অপযশ আৰো দেখা লাজ ভয়।
সকলে ত্যজিলা বভ্রুবাহা ধনঞ্জয় ॥ ৩২৯৮০
পৃথিৱীত যতেক আছয় ৰাজাগণ।
পিতা পুত্ৰে কৈত শুনি আছা হেন ৰণ ॥
পাণ্ডু বংশে ৰাখিলেক কুলৰ কলঙ্ক।
দুইবীৰ লাজ নাই বৰতো নিশঙ্ক ॥ ৩২৯৮১

### ৰামচন্দ্ৰ আৰু লৱকুশৰ যুদ্ধৰ কাৰণ বৰ্ণন

জৈমিনী বোলন্ত ৰাজা শুনা দিয়া চিত্ত।
শ্ৰীৰামে যুজিলা লৱ কুশৰ সহিত ॥
পিতা পুত্ৰে ভৈলা ৰণ দাৰুণ বিবাদ।
বাল্মিকী ঋষিৰ কাজে ভৈলন্ত প্ৰমাদ ॥ ৩২৯৮২
শুনি জন্মেজয় বোলে যুৰি দুই কৰ।
মোৰ নিবেদন শুনা কহো মুনিবৰ ॥
যেনমতে যুদ্ধ ৰামে কৈলা পুত্ৰ সঙ্গে।
সেহিকথা কহা মুনি শুনো ৰব ৰঙ্গে ॥ ৩২৯৮৩
ৰামচন্দ্ৰে যেনমতে যুদ্ধে পুত্ৰ সঙ্গে।
শুনিতে অদ্ভুত কথা কহ মোত ৰঙ্গে ॥
সূৰ্য্যবংশে ভৈলা ৰাম বিষ্ণু অৱতাৰ।
ৰাক্ষসক মাৰিয়া খণ্ডাইলা ভূমিভাৰ ॥ ৩২৯৮৪
পুত্ৰসমে ৰণ ৰামে কৰে কোন কাজে।
শুনিতে অভিষ্ট মোৰ কহ মুনিৰাজে ॥
জৈমিনী বোলয় ৰাজা শুনা দিয়া মন।
লৱকুশ উপাখ্যান অপূৰ্ব্ব কথন ॥ ৩২৯৮৫
পিতৃসত্য পালি গৈলা বনৰ ভিতৰ।
সীতাক হৰিয়া নিলা ৰাজা লঙ্কেশ্বৰ ॥
ৰাৱণ মাৰিয়া ৰাম সাগৰৰ পাৰ।
সবংশে ৰাৱণ মাৰি কৰিল সংহাৰ ॥ ৩২৯৮৬
অগ্নিত পৰীক্ষা কৰি জানকী সুন্দৰী।
বিভীষণ থাপিল কনক লঙ্কাপুৰী ॥
ৰাক্ষস বানৰ সমে ৰঘুৰ নন্দন।
পুষ্পক যানত আইল অযোধ্যা ভৱন ॥ ৩২৯৮৭
সৰ্ব্বলোকে আনন্দিত দেখি ৰঘুবৰ।
দুখ দূৰ ভৈলা যেন অযোধ্যা নগৰ ॥
বশিষ্ঠক আদি কৰি আৰু সাতমায়।
গুৰু জন মুনিজন বন্দিলেক পায় ॥ ৩২৯৮৮
শুভক্ষণ কৰি ৰাম বসি সিংহাসনে।
নৃত্য গীত কৌতুক কৰয় সৰ্ব্বজনে ॥
ৰাক্ষস বানৰ ৰামে দিলেক বিদায়।
তিনি ভাই সেৱা কৰে শ্ৰীৰামৰ পায় ॥ ৩২৯৮৯
শ্ৰীৰাম ভৈলেক ৰাজা সীতা পটেশ্বৰী।
ৰত্ন সিংহাসনে ৰামে সুখে ৰাজ্য কৰি ॥
যুৱৰাজ ভৰত যে দ্বাৰত লক্ষ্মণ।
সৰ্ব্বসৈন্যে সেনাপতি বীৰ শত্ৰুঘন ॥ ৩২৯৯০
পাত্ৰ মিত্ৰ পুৰোহিত কৰিয়া সঙ্গতি।
সুখে ৰাজ্য কৰে ৰামচন্দ্ৰ ৰঘুপতি ॥
অনাবৃষ্টি আতি ৰৌদ্ৰ নাহি ৰাম ৰাজ্যে।
যেই বস্তু বাঞ্চে পাত্ৰ মন্ত্ৰীৰ সমাজে ॥ ৩২৯৯১
ফলপুষ্প সম্পূৰ্ণ সকলে তৰুবৰ।
বৈকুণ্ঠ সমান পুৰী আতি মনোহৰ ॥
নাহি দুখ দুৰ্ভিক্ষ যে ৰামৰ ৰাজ্যত।
অকাল মৰণ নাহি নাহি দন্দ্ব বাত ॥ ৩২৯৯২
পুত্ৰৱত কৰি ৰামে পালে প্ৰজাগণ।
ষড়ঋতু সম্পূৰ্ণ সকলে ধান্য ধন ॥

নব সহস্ৰেক বৰ্ষ ৰামে কৈলা ৰাজ্য।
আনন্দিত পাত্ৰ বহু ভ্ৰাতৃৰ সমাজ ॥ ৩২৯৯৩
বিধিৱতে ৰাজ্য কৰে শ্ৰীৰাম ৰাজন।
সীতা সমে ৰঙ্গে ৰামে আনন্দিত মন ॥
বিচিত্ৰ মন্দিৰ ৰাম সীতাৰ মন্দিৰে।
ক্ৰীড়া কৌতূহল কৰে ৰাম ৰঘুবৰে ॥ ৩২৯৯৪
চতুৰ্দ্দশ বৎসৰ পুত্ৰৰ অভিলাষ।
কৈলাশত যেন হৰ-গৌৰীৰ নিবাস ॥
অহৰ্নিশে ক্ৰীড়া কৰে ৰাম ৰঘুপতি।
কতোদিনে সীতা দেৱী ভৈলা গৰ্ভৱতী ॥ ৩২৯৯৫
দেখিয়া হৰিষ ভৈলা শ্ৰীৰামৰ মনে।
উদৰ পূৰ্ণিতা সীতা হৱে দিনে দিনে ॥
চাৰিমাস গৈয়া পাঞ্চ মাস উপসন্ন।
নিশাভাগে স্বপ্ন দেখে কমললোচন ॥ ৩২৯৯৬
প্ৰভাতে উঠিয়া কহে বশিষ্ঠৰ স্থানে।
জাহ্নবীৰ কুলে সীতা কান্দে ঘোৰ বনে ॥
লক্ষ্মণ সুমন্ত দিলা সীতাক নিবাস।
একেশ্বৰে কান্দে সীতা পাই বৰ ত্ৰাস ॥ ৩২৯৯৭
এহি স্বপ্ন দেখি মোৰ দহে সৰ্ব্বগাৱ।
বিপৰীত স্বপ্ন দেখি মোৰ দহে গাৱ ॥
বশিষ্ঠে বোলয় ৰাম শুনিয়ো বচন।
পঞ্চামৃত দিয়ো সীতা কৰিয়া যতন ॥ ৩২৯৯৮
শীঘ্ৰ কৰি যাৱা ভাই প্ৰাণ সহোদৰ।
পঞ্চামৃত দিলে সীতা শুদ্ধ কলেৱৰ ॥
ৰামৰ আদেশে চলে লক্ষ্মণ কুমাৰ।
দিব্য ৰথে চলি যাই কৰে নমস্কাৰ ॥ ৩২৯৯৯
মিথিলাক চলি গৈলা মুনি আনিবাৰ।
দ্ৰব্য আনি ৰামে কৈলা স্থান পৰিষ্কাৰ ॥
দিব্য গৃহ কৰিলেক দিবে পঞ্চামৃতে।
মিথিলাত মিলিলেক লক্ষ্মণ ত্বৰিতে ॥ ৩৩০০০
জনক প্ৰণাম কৰি বুলিলা লক্ষ্মণ।
সীতা পঞ্চামৃত দিবা কমললোচন ॥
বিশ্বামিত্ৰ লৈয়া তুমি যাৱাহা তথাত।
তুমি গলে পঞ্চামৃত দিবা ৰঘুনাথ ॥ ৩৩০০১
শুনিয়া হৰিষে চলে জনক নৃপতি।
বিশ্বামিত্ৰ মুনি সমে কৰিয়া সঙ্গতি ॥
অযোধ্যাক গৈলা চলি লক্ষ্মণ সহিতি।
ঋষিগণ সঙ্গে লৈয়া চলে লীলাগতি ॥ ৩৩০০২
দেখিয়া শ্ৰীৰামে কৈলা চৰণে প্ৰণাম।
পাদ্য অৰ্ঘ্য দিলা ৰাজা কণক আসন ॥
সম্ভাষিলা জনে জনে অমৃত বচন।
চাৰি ভাই সভা পাতি বসিলা তেখন ॥ ৩৩০০৩
বিশ্বামিত্ৰ জনক আসিলা ৰঘুনাথ।
ৰথে চৰি দুই বীৰ গৈলা মিথিলাত ॥
সৰ্ব্বলোক গৈলা সঙ্গে যাৰ যেহি স্থান।
সীতা অন্তঃপুৰে গৈয়া মিলিলা শ্ৰীৰাম ॥ ৩৩০০৪
সীতা সঙ্গে কৌতুকে যে বঞ্চিলা বাসৰ।
নিশাকালে সীতাত যে পুছে ৰঘুবৰ ॥
কোন দ্ৰব্য খাইবে সীতা তোমাৰ বাঞ্ছিত।
গৰ্ভৱতী স্ত্ৰীৰ নানা বস্তু যায় চিত্ত ॥ ৩৩০০৫
মিষ্ট দ্ৰব্য মোদক মধুৰ ফলজল।
ৰসময় পঞ্চামৃত খাইবেক সকল ॥
হেন শুনি হাসিয়া বোলন্ত চন্দ্ৰমুখী।
ৰাজাৰ ঘৰিণী আমি কোন বস্তু দুখী ॥ ৩৩০০৬
নানা দ্ৰব্য আছে সবে খুজি তাক পায়।
এঠাই বাঞ্ছিত প্ৰভু কহো তয়ু ঠাই ॥
যেবে তব সঙ্গে মই গৈলো বনবাস।
মুনিপত্নীগণে মোৰ পূৰি গৈলা আশ ॥ ৩৩০০৭
আথৈ তণ্ডুল দুগ্ধ পায়স কৰিয়া।
ভুঞ্জাইলন্ত স্ত্ৰীসবে আমাক বেঢ়িয়া ॥
তাসম্বাক আশ্বাস কৰিলো সেহিকালে।
বস্ত্ৰ অলঙ্কাৰ তুমি দিবা নানা গলে ॥ ৩৩০০৮
সেহি অভিলাষ মোৰ পূৰা ৰঘুবৰ।
মুনি পত্নী সম্ভাষিয়া আসিবো সত্বৰ ॥
সীতা বোলে মুনিপত্নীগণক সম্ভাষি।
শীঘ্ৰ কৰি আসিবোহো তাহাকো আশ্বাসি ॥৩৩০০৯
সীতাৰ বচনে বোলে কমললোচন।
যাইবা তপোবনে তুমি তাঙ্ক লয়ে মন ॥

অন্যো অন্যে সম্ভাষি ৰজনী ভৈলা অন্ত।
প্ৰাতঃ ক্ৰিয়া কৰি ৰামে ৰাহিৰ ভৈলন্ত ॥ ৩৩০১০
মনত অশুভ দেখি চিন্তে মনে মনে।
তথা স্ত্ৰীলোক আইলা সীতা সম্ভাষণে ॥
গৰ্ভৱতী যোগ্য বস্তু আনিলেক সবে।
সন্তোষিলা সীতাক বিনয় স্তুতি ভাৱে ॥ ৩৩০১১
পুণ্যৱতী সীতা তুমি ৰামৰ ঘৰিণী।
দশৰথ শহুৰ যে জনকনন্দিনী ॥
স্বামীৰ লগত গৈলা এৰি ৰাজ্য আশ।
চতুৰ্দ্দশ বৎসৰ কৰিলা বনবাস ॥ ৩৩০১২
ত্ৰিভুৱনে হেন দুখ কৰে কোন নাৰী।
পতিব্ৰতা সীতা তুমি কুলৰ জীয়াৰী ॥
যত দুখ পালা লগে গৈয়া স্বামী সমে।
ততোধিক দিলা দুখ পাপীষ্ঠ ৰাৱণে ॥ ৩৩০১৩
ভাল ভৈলা কৈলা ৰামে সবংশে সংহাৰ।
তোমাৰ দুখত কৰি দুখ ভৈলা তাৰ ॥
এক বাক্য কহো আমি অৱধান কৰ।
আৰকি দেখিলা কেনে ৰাজা লঙ্কেশ্বৰ ॥ ৩৩০১৪
ৰাক্ষসৰ মূৰ্ত্তি দেখিবাক ইচ্ছা যায়।
ৰাৱণৰ মূৰ্ত্তি শিৰ নুচো বাম পাৱ ॥
এৰাইবাক নপাৰিয়া কৰিলা যতন।
সীতা বোলে ভয় পাবা দেখিয়া ৰাৱণ ॥ ৩৩০১৫
যত দুখ দিলা মোক দুষ্ট যে ৰাৱণে।
লুকুৱাই থৈলা নিয়া অশোকৰ বনে ॥
যত দুখ পাইলো গৈয়া ৰাক্ষসীৰ সমে।
মনে ইচ্ছা কৈলো মই ত্যাজিয়া জীৱনে ॥৩৩০১৬
ৰাৱণৰ তৰ্জ্জনত হৃদি হয় ফাট।
মহাদুখ দিলা মোক ভুঞ্জীয়া ললাট ॥
নাৰীগণে বোলে মোক জনক জানকী।
ৰাৱণৰ ৰূপ দেখি ধৰণীতে লুটি ॥ ৩৩০১৭
নাৰীগণ বাক্যে সীতা অঙ্কিলা ৰাৱণ।
দশ মুখ দিলা বাহু বিংশতি লোচন ॥
ৰাৱণ দেখিয়া নাৰীগণে পালা ডৰে।
ৰাৱণক বামপদে প্ৰহাৰিলা শিৰে ॥ ৩৩০১৮

ৰাৱণক দেখিয়া নাৰীগণে গৈলা ঘৰ।
সীতাক দেখিয়া মনে হৰিষ বিস্তৰ ॥
আলাস কৰিয়া সীতা কৰিলা শয়ন।
নুমুচিল ভূমিত যে লেখিয়া ৰাৱণ ॥ ৩৩০১৯
সভাত বসিয়া ৰামে শোধে ঘনে ঘন।
ভাল মন্দ লোকে মোক কি বোলে এখন ॥
সীতাক কি বোলে লোকে বাক্য অনাচাৰ।
কিবা নিন্দা কৰে মোক অযোধ্যা নগৰ ॥ ৩৩০২০
সুখে কিবা আছে লোক অযোধ্যা নগৰে।
ভৰতৰ কালে কিবা আছে সুখে নৰে ॥
সাতজন মাতৃ আৰ ভ্ৰাতৃজন সীতা।
কি বোলয় লোকে মোক কহিয়ো সৰ্ব্বথা ॥৩৩০২১
সভাসদ লোকে কেহো নেদিলা উত্তৰ।
শুনিয়া উত্তৰ দিলা ভদ্ৰ দ্বিজবৰ ॥
সূৰ্য্যবংশে ৰাম তুমি ধৰ্ম্ম কলেৱৰ।
নিষ্পাপী শৰীৰ তনু বিনাশ দুষ্টৰ ॥ ৩৩০২২
তেজ বীৰ্য্য বিশাল পৌৰুষ অনিৰ্ব্বাৰ।
তোমাৰ সদৃশ ৰাজা নহৈবে আমাৰ ॥
পিতৃসত্য পালিয়া কৰিলা বনবাস।
ৰাক্ষস মাৰিয়া পূৰিলাহা অভিলাষ ॥ ৩৩০২৩
বালি মাৰি সুগ্ৰীৱক দিলা ৰাজ্যভাৰ।
সীতা উদ্ধাৰিলা তুমি ৰাৱণ সংহাৰ ॥
বিভীষণ থাপিলা কণক লঙ্কাপুৰী।
সাগৰ বান্ধিলা কপিগণ সঙ্গে কৰি ॥ ৩৩০২৪
ত্ৰিভুৱনে হেন কৰ্ম্ম কৰে কোন জন।
তয়ুগুণ সহস্ৰ মুখে নযায় কহন ॥
একমাত্ৰ দোষ প্ৰভু ঘোষে সৰ্ব্বজন।
নিবিচাৰি ঘৰে সীতা নিলা কি কাৰণ ॥ ৩৩০২৫
ৰামৰ চৰিত্ৰ কেনে ভৈলন্ত ইমান।
এহিবাক্য কহিবাক ভয় লাগে মন ॥
হেন বোলে লোকে ঘোষে কহিলো নিশ্চয়।
লোক অপবাদ এহি শুনো মহাশয় ॥ ৩৩০২৬
ৰামচন্দ্ৰে বোলে ভদ্ৰ কহি আছা সাৰ।
তোমাৰ বচন মনে লোৰয় আমাৰ ॥

শুনিয়া ইসব কথা ভাবিলা ৰাঘৱ।
পাত্ৰ মন্ত্ৰী পুৰোহিত পাচি দিলা সব ॥ ৩৩০২৭
পুৰী মধ্যে গৈয়া ৰামে আকুল হৃদয়।
অঙ্কিত ৰাৱণ দেখি ভৈলন্ত বিস্ময় ॥
ৰামে বুলিলেক ভাল ভাবয় অপাৰ।
অদ্যাপি ৰাৱণে ইচ্ছা আছয় সীতাৰ ॥ ৩৩০২৮
হেন বুজো তান মনে নাহিকে স্মৰণ।
সিকাৰণে মূৰ্ত্তি লেখি চাহয় ৰাৱণ ॥
মধ্যনিশা কালে ৰামে থিৰ কৰি মন।
বোলে নিশাভাগে ভ্ৰমি বুজিবো আপুন ॥ ৩৩০২৯
দোষ-গুণসব লোকে কি বোলয় জানো।
জিজ্ঞাসা কৰিবো মই ভ্ৰমি কিবা শুনো ॥
হেন ভাবি পুৰী হন্তে ৰাম বাজ ভৈল।
খড়্গ হস্তে ভ্ৰমে ৰামে নগৰ বিশাল ॥ ৩৩০৩০
নিশাচৰ হুয়া ৰামে ভ্ৰমে একেশ্বৰ।
আচম্বিতে গৈলা ৰাম ৰজকৰ ঘৰ ॥
নগৰৰ একভিতি ৰজক আশ্ৰম।
দৈৱযোগে গৈয়া ৰাম তাহান সদন ॥ ৩৩০৩১
ৰজক ৰজকী বাক্য শুনিয়া শ্ৰীৰাম।
শুনা জন্মেজয় ৰামে কোন কৈল কাম ॥
স্ত্ৰীলগে বিবাদ কৰিলা সেহি দিনে।
পিতৃগৃহে গৈলা নাৰী সেহি অপমানে ॥ ৩৩০৩২
জীউক দেখিয়া বাপে পুছিলা সাদৰে।
জোৱাইৰ বচনে কিবা আইলা মোৰ ঘৰে ॥
আপুন ইচ্ছায়ে মাৱ কিবা ঐক আইলা।
স্বৰূপে কহিয়ো মাৱ কিবা দ্বন্দ্ব কৈলা ॥ ৩৩০৩৩
জীৱে বোলে বাপ মোৰ নিজ কৰ্ম্মফল।
বৰ পালো অহৰ্নিশে কৰয় কন্দল ॥
নিতে নিতে কন্দল কৰয় স্বামী হই।
বৰতাপে আইলো মাৱ তৈকে নযাওঁ মই ॥৩৩০৩৪
শুনিয়া ৰজকে বোলে মোৰ বাক্য লৱ।
অপযশ হৈব জানা তোৰ নাহি ভয় ॥
স্বামী এৰি ঐক আইলা তোৰ যোগ্য নয়।
কূলৰ কলঙ্কী কিছু তোৰ নাহি ভয় ॥ ৩৩০৩৫

জামাতাৰ গৃহে চলি সত্বৰে যে যাইয়ো।
আহা আহা শাস্ত্ৰ বিধি এক কথা কয়ো ॥
স্বামীক দেখিবা মাৱ দেৱতা সমান।
শঙ্কৰ-শাঙ্কৰী পূজা কৰিবা বিধান ॥ ৩৩০৩৬
এহিবুলি কন্যা লৈয়া চলিলা ৰজক।
শীঘ্ৰ কৰি চলি গৈলা জামাইৰ পুৰক ॥
জামাইৰ মধুৰ বাক্য অনেক বুলিলা।
আনি দিলো পত্নী তুমি গৃহে নৰাখিলা ॥ ৩৩০৩৭
ৰজকে বোলয় আমি নহওঁ শ্ৰীৰাম।
দোষক দেখিয়া ঘৰ কৰিবাক চাম ॥
ৰাজ্যৰ ব্যৱহাৰ ফল শুনিহি নৰপতি।
অবিচাৰে নাৰী লৈয়া কৰয় বসতি ॥ ৩৩০৩৮
ৰাক্ষসৰ ঘৰে তেৱে আছিল জানকী।
দশমাস ৰাৱণে ক্ষমিলা তাক দেখি ॥
দুষ্টমতি ৰাৱণে দেৱকো নাহি ডৰে।
সীতাক হৰিয়া নিলা দুষ্ট লঙ্কেশ্বৰে ॥ ৩৩০৩৯
শয়ন ভোজন কৰাইলেক কোন জনে।
সোদৰ বান্ধৱ কেহো নাছিল সদনে ॥
সূৰ্য্যবংশী ৰাজা হুয়া ধৰ্ম্ম লঙ্ঘিলেক।
অসত্যে মজিলে ৰাজা মোহ অতিৰেক ॥৩৩০৪০
হেন নাৰী ৰাজা হুয়া কৰিলা গ্ৰহণ।
সেহি ৰাম নোহো মই কৰিবো ৰক্ষণ ॥
তোমাৰ কন্যাক তুমি ঘৰে লৈ যাৱা।
বাক্য ব্যৰ্থ নকৰিবা নাপাতিবা মায়া ॥ ৩৩০৪১
ৰাজা সত্যৱন্ত হইলে প্ৰজা সত্য পাৱে।
দুৰাচাৰী কন্যা লৈয়া চলিয়ো সত্বৰে ॥
ৰামে যেন অবিচাৰে সীতা নিলা ঘৰে।
কামাতুৰ হুয়া ৰামে কৰিলা ছুঙ্কৰে ॥ ৩৩০৪২
হেন শুনি ৰামচন্দ্ৰে ভৈলন্ত বিস্ময়।
বৰ দুখে আইলা ৰাম আপুন নিলয় ॥

**শ্ৰীৰামচন্দ্ৰৰ সীতা বৰ্জন**

ৰজনী প্ৰভাত ভৈলা উদিত ভাস্কৰ।
সিংহাসনে বসিলেক ৰাম ৰঘুবৰ ॥ ৩৩০৪৩

মন্ত্ৰীগণ আদেশিলা আন তিনি ভাই ।
শীঘ্ৰ কৰি আনিবাহা আমাৰ ইঠাই ॥
ৰামৰ বচনে আনিলন্ত তিনিজন ।
নমস্কাৰ কৰিলেক ৰামৰ চৰণ ॥ ৩৩০৪৪
দেখিলন্ত শ্ৰীৰামৰ বিবৰ্ণ বদন ।
প্ৰভাহীন সূৰ্য্য যেন নাহিকে কিৰণ ॥
ৰাহুৱে গ্ৰাসিছে যেন পূৰ্ণিমাৰ চান্দ ।
সজল নয়নে দেখি বিপৰীত কান্দ ॥ ৩৩০৪৫
কিকাৰ্য্যে বিৰহ ৰাম নেদেখো কাৰণ ।
আকুল হৃদয় দেখো শোকাকুল মন ॥
দেখিয়া বিস্ময় বৰ তিনি সহোদৰ ।
হেন কালে বোলে ৰামে কৰিয়া সাদৰ ॥ ৩৩০৪৬
তুমি তিনি ভাই মোৰ প্ৰাণৰ সমান ।
তোমাত সম্মতি কাৰ্য্য কৰিবো বিধান ॥
ভালমন্দ ৰাজাৰ পালন এহি নীত ।
তোমাসাৰ সম্মতি নকৰো কদাচিত ॥ ৩৩০৪৭
সীতাৰ অযশ মোক ঘোষে সৰ্ব্বলোকে ।
সিসব সুমৰি মোৰ বাঢ়ে দুখ শোকে ॥
সীতাক বৰ্জ্জন আমি কৰিবো নিশ্চয় ।
তেবেসে গুচয় লোক-অপবাদ ভয় ॥ ৩৩০৪৮
এহি শুনি বুলিলেক কুমাৰ ভৰতে ।
হেনয় নিষ্ঠুৰ বাণী বোলা কেনমতে ॥
অসতীয়ে সতী নিন্দে দোষ নাহি লয় ।
সত্যহীন জনে জানা তান কিক হয় ॥ ৩৩০৪৯
অভক্ষ্য ভক্ষিয়া কাকে গঙ্গাজল ভক্ষে ।
জাহ্নবী অশুচী হোৱে কহিয়োকে তাকে ॥
আপুনি সকলো জানা প্ৰধান পুৰুষ ।
অগ্নিশুদ্ধা সীতাদেৱী কিছু নাহি দোষ ॥ ৩৩০৫০
পাপীষ্ঠ লোকৰ বাদে হেন বোলা কেনে ।
ব্ৰহ্মা প্ৰসংশিলা যাক সমে দেৱগণে ॥
স্বৰ্গ হন্তে আসি বাপে কহিলা তোমাতে ।
সীতা বৰ সতী ব্ৰহ্মা কহিলা সাক্ষাতে ॥ ৩৩০৫১
অগ্নিত মাথাৰ পুষ্প নভৈল মলিন ।
সতী-সীতা সত্য কিছু নভৈলন্ত হীন ॥
অনাহাৰে আছিলেক ৰাক্ষসৰ ঘৰে ।
স্ত্ৰীবিনে পুৰুষে নেদেখিলা সীতাৰে ॥ ৩৩০৫২
হেন সীতা পৰিহৰা নহবে উচিত ।
নিৰ্দ্দয় নিষ্ঠুৰ তুমি নিদাৰুণ চিত ॥
সজল নয়নে ৰামে বোলে শুনা ভাই ।
লোক অপবাদ ভয় লাজক ডৰায় ॥ ৩৩০৫৩
সত্যে সত্যে ধৰ্ম্মপথ বুজিলো ভৰত ।
সত্যে আছে সীতাদেৱী আমি জানো তত্ত্ব ॥
যদ্যপি আছয় সীতা সত্যধৰ্ম্ম ৰাখি ।
তথাপি বৰ্জ্জিবো সীতা লোক ভয় দেখি ॥৩৩০৫৪
জীৱন্তে মৰণ ভাল কীৰ্ত্তি নষ্ট কৰে ।
স্বৰ্গপথ নষ্ট কৰে কহিলো তোমাৰে ॥
পূৰ্ব্বে হৰিশ্চন্দ্ৰ ৰাজা শান্ত যে নৃপতি ।
চন্দ্ৰ সূৰ্য্য ৰহে মানে তাহাৰ যে কীৰ্ত্তি ॥ ৩৩০৫৫
পিতা মাতা ভ্ৰাতৃ নাৰী পুত্ৰ জ্ঞাতিগণ ।
লোক অপবাদে বৰ্জ্জিলেক সাধুজন ॥
সৰ্ব্বজনে দোষে মোক সীতাৰ কাৰণে ।
কীৰ্ত্তি নষ্টে প্ৰাণ পৰে স্ত্ৰী কোন ধনে ॥ ৩৩০৫৬
সত্য ভ্ৰষ্ট হোৱে ভাই ভৰত সুজান ।
সীতাৰ কাৰণে কিছু নুবুলা বচন ॥
শুনি নিশবদ হুয়া ৰহিলা বিশেষে ।
লক্ষ্মণে বোলয় সীতা এৰা কিবা দোষে ॥৩৩০৫৭
অগ্নিশুদ্ধ সীতাদেৱী জানে ত্ৰিভুৱন ।
নীচ জনে নিন্দা কৰে ত্যজিয়া জীৱন ॥
ম্লেচ্ছে শাস্ত্ৰ নিন্দা কৰে ত্যজয় ব্ৰাহ্মণ ।
হীনবুদ্ধি লোকবাক্যে হেলা কেনে মন ॥ ৩৩০৫৮
লক্ষ্মণৰ অৱশেষে বোলে শত্ৰুঘন ।
সীতাক ইবাক্য বোলে কোন মূঢ় জন ॥
তযু প্ৰাণ সীতা তুমি সীতাৰ জীৱন ।
তুমি বিনে সীতা দেৱী নৰহে পৰাণ ॥ ৩৩০৫৯
হেন সীতা এৰা ভাই স্নুহি ব্যৱহাৰে ।
কঠোৰ হৃদয় হেন ঘুষিব সংসাৰে ॥
অগ্নিমধ্যে নাৰীক পৰীক্ষে কোন জনে ।
হেন কৰ্ম্ম কোন জনে কৰে ত্ৰিভুৱনে ॥ ৩৩০৬০

শত্ৰুঘ্নৰ বাক্য শুনি বোলয় ৰাঘৱ।
আষাৰেক বোলে আমি শুনা তোৰাসব ॥
সীতাক বৰ্জ্জিবো মই কহিলো নিশ্চয়।
সীতা লাগি নকহিবা যদি আছে ভয় ॥ ৩৩০৬১
তথাপিতো যদি বাক্য বোলা মোৰ আগে।
তোমাত আমাৰ আতিশয় বধ লাগে ॥
ৰামৰ বচনে সবে কৰি হেঠ মাথা।
শোকাকুল হুয়া তেবে পাইলা বৰ চিন্তা ॥৩৩০৬২
ৰামে সীতা বৰ্জ্জিলেক জানিয়া নিশ্চয়।
ভৰত শত্ৰুঘন গৈলা আপুন নিলয় ॥
লক্ষ্মণ ৰহিলা তথা শ্ৰীৰামৰ পাশ।
কৰে ধনু ধৰি নাকে ত্যজয় নিশ্বাস ॥ ৩৩০৬৩
ৰামে বোলে লখাই ভাই প্ৰাণৰ সোদৰ।
ৰথ লৈয়া যাৱা সীতা ত্যজিয়ো অন্তৰ ॥
বনবাস দিয়া সীতা জাহ্নবীৰ তীৰে।
বাল্মিকী আশ্ৰম যেন থাকে কতো দূৰে ॥৩৩০৬৪
আমাত মেলানি পূৰ্ব্বে মাগি আছে সীতা।
বনে গৈয়া দেখিবাক মুনিৰ বণিতা ॥
সেহি বনে লৈয়া যাৱা জনক জীয়াৰী।
মোৰ বধ লাগে ভাই ৰৱা বাজ কৰি ॥ ৩৩০৬৫
ৰাম বাক্যে চলি যাই লক্ষ্মণ কুমাৰ।
ৰথ লৈয়া গৈলা তেবে আগক সীতাৰ ॥
প্ৰণামি লক্ষ্মণে কহে সীতাৰ চৰণে।
ৰামৰ আদেশে তুমি যাবা লাগে বনে ॥ ৩৩০৬৬
ৰাম আগে কহি আছা যাইবো তপোবনে।
সম্ভাষিবো মই গৈয়া মুনিপত্নীগণে ॥
সিকাৰণে আসিয়াছো তোমাসাক নিতে।
বিলম্ব নকৰা দেৱী চৰিয়োক ৰথে ॥ ৩৩০৬৭
সীতা বোলে ৰামে মোৰ পূৰিলা অভীষ্ট।
মুনিপত্নী সম্ভাষিবো তাৰা মোৰ ইষ্ট ॥
এহি বুলি লৈলা সীতা নানা বস্ত্ৰ ধন।
বস্ত্ৰ অলঙ্কাৰ লৈলা ৰজত কাঞ্চন ॥ ৩৩০৬৮
ভক্ষ্যদ্ৰব্য লৈলা সীতা নানা বিধিৱতে।
অভ্যন্তৰে গৈলা সীতা শাহুক জনান্তে ॥
কৌশল্যাকে প্ৰণামিয়া বোলে দেৱী মাৱ।
মুনিপত্নী সম্ভাষিবে বনে আমি যাওঁ ॥ ৩৩০৬৯
কৌশল্যায়ে বোলে বধূ কি তোৰ লক্ষণ।
চৈধ্যয় বৎসৰে তযু নুপূৰিল মন ॥
কলম চৰণ খানি হাঠিবা কিমতে।
হৈ আছা নৱগৰ্ভ আলাসে পীড়িতে ॥ ৩৩০৭০
ৰাতুল অধৰ খানি পূৰ্ণচন্দ্ৰমুখী।
ৰৌদ্ৰৰ তাপত তুমি বৰ হৱা দুখী ॥
নহৱে উচিত বধূ তুমি যাবা বন।
ভালমন্দ হৈলি পাছে কি বোলো তেখন ॥৩৩০৭১
কৌশল্যাৰ বাক্য সীতা শুনিলা শ্ৰৱণে।
প্ৰভুৰ লগত বহু ভ্ৰমিছো কাননে ॥
হাঠিবে পাৰিম আমি শ্ৰীৰাম স্মৰিয়া।
নমস্কাৰ কৰি সীতা এতেকে বুলিয়া ॥ ৩৩০৭২
সুমিত্ৰা কৈকেয়ীক তেবে নমস্কাৰ কৰি।
লক্ষ্মণ সম্মুখে আইলা কৃষ্ণ ৰাম স্মৰি ॥
ৰথত উঠিলা দেৱী লক্ষ্মণ সহিতে।
নানা অলঙ্কাৰ দ্ৰব্য লৈলা সমুদিতে ॥ ৩৩০৭৩
সাৰথিক আদেশিলা সুমিত্ৰেনন্দন।
সত্বৰে চলায়ো ৰথ যথা তপোবন ॥
লক্ষ্মণৰ বাক্যে ৰথ চলাৱে সাৰথি।
চাবুকৰ ঘাৱে ঘোৰা চলে বায়ুগতি ॥ ৩৩০৭৪
সম্মুখ সমৰে ঘোৰা উৰাৱে গগনে।
সীতাক দেখিয়া ৰথ নচলে তেখনে ॥
সীতা বনে যায় দেখি অযোধ্যাৰ লোক।
বুদ্ধি বিবৰ্জ্জিত ভৈলা পাইলা বৰ শোক ॥৩৩০৭৫
হাহাকাৰ কৰি লোকে কৰয় ক্ৰন্দন।
সীতাক যাবাৰ দেখি বিস্ময় যে মন ॥
মনত বিস্ময় লোকে ভাবিয়া অকাজ।
কি কাৰণে সীতা চলি যায় বনমাজ ॥ ৩৩০৭৬
ৰামত মেলানি মাগি সীতা যায় বনে।
ফন্দিল দক্ষিণ বাহু মন্দ বুজি মনে ॥
লক্ষ্মণৰ বাক্যে ৰথ চলাৱে সাৰথি।
হেন দেখি বিপৰীত বোলে সীতা সতী ॥৩৩০৭৭

বিমঙ্গল নাদ কৰে মৃগ পক্ষী যত।
চণ্ডবাৱ শৃগালৰ কৰে দক্ষিণত ॥
অৰণ্যৰ মৃগগণ বাহিৰ হুয়া লৰে।
জল ছাৰি কুম্ভীৰ আইল সীতাৰ গোচৰে ॥৩৩০৭৮
মাথাত লাগিল চাল আসন্তে বাহিৰ।
যুঞ্জ কৰি সমুখত মিলিল মাৰ্জ্জাৰ ॥
নিৰ্ঘাত পতন হৱে পৰে উল্কাপাত।
উলুকা পৰিলা ৰথে ভৈলা বজ্রপাত ॥ ৩৩০৭৯
আউল জাউল কেশ ভিক্ষা মাগয় যোগিনী।
মণ্ডলী ফুৰয় শিৰে শগুন গৃধ্রিনী ॥
অমঙ্গল দেখি বহু বিস্ময় জানকী।
দক্ষিণত ডাকয় মঞ্জাৰ নাম পক্ষী ॥ ৩৩০৮০
লক্ষ্মণত পুছে সীতা দেৱী অমঙ্গল।
একমাত্র পুছো মই প্রভুৰ কুশল ॥
সীতাৰ বচনে বীৰে নেদিলা উত্তৰ।
অধোমুখে ৰহিল চক্ষুৰ পৰে নীৰ ॥ ৩৩০৮১
গঙ্গাতীৰে গৈলা ৰথ ইকথা কহিতে।
পাপ বিনাশিনী গঙ্গা কৰুণ্য জলতে ॥
নৌকা আৰোহিয়া তেবে গঙ্গা ভৈলা পাৰ।
স্নান কৰি শাস্ত্ৰধৰ্ম্ম বেদ ব্যৱহাৰ ॥ ৩৩০৮২
স্নান কৰি চলিলেক ৰথ আৰোহনে।
প্রবেশ কৰিলা ৰথ মহাঘোৰ বনে ॥
নিকুঞ্জ গহন বন দেখিতে তৰাস।
ভয়ঙ্কৰ স্থান সূৰ্য্য নাহিকে প্রকাশ ॥ ৩৩০৮৩
ভয়ঙ্কৰ খড়্গ মৃগ ব্যাপিয়া পৰ্বত।
কঠোৰ ফোকাৰ কৰে সৰ্প যত যত ॥
সিংহ ব্যাঘ্র মহিষ চামৰী দিব্য হস্তী।
নানা জাতি ভালুক যে মহী মুচৰন্তি ॥ ৩৩০৮৪
গিৰি গুহা গহ্বৰত নেদেখয় ভানু।
হেন দেখি ভৈল সীতা ৰোমাঞ্চিতা তনু।
ভয়ঙ্কৰ জন্তুগণ দেখি সচকিত।
ভয় পায়া জানকী পুছয় লক্ষ্মণত ॥ ৩৩০৮৫
আজি কেনে লক্ষ্মণ নুবুজো তযু মন।
কৈত মুনিপত্নীগণ কৈত তপোধন ॥
যজ্ঞধুম্র নেদেখো নুশুনো বেদধ্বনি।
নানা ভয়ঙ্কৰ জন্তুনাদ মাত্র শুনি ॥ ৩৩০৮৬
পুছিলে উত্তৰ নেদে ঘনে পাৰে শ্বাস।
বুজিলো প্রভুয়ে মোক বনে দিলা বাস ॥
সীতাৰ বচনে বীৰে কৰয় ক্রন্দন।
কিৰূপে বুলিবো মাৱ দাৰুণ বচন ॥ ৩৩০৮৭
অগ্নি পুৰি মৰো কিবা গৰল ভক্ষনে।
কহিতে ইসব কথা দুঃখ লাগে মনে ॥
লোক-অপবাদে ৰামে ত্যজিলা তোমাক।
এৰি যাইবে অৰণ্যত বুলিলে আমাক ॥ ৩৩০৮৮
লাঙ্ঘিবে নপাৰো মাৱ তাহান বচন।
কহিবে নপাৰো মাৱ তিন্তিল বসন ॥
লক্ষ্মণৰ বাক্য শুনি সীতা চন্দ্ৰমুখী।
মূৰ্চ্ছা গৈলা সীতা দেৱী অন্ধকাৰ দেখি। ৩৩০৮৯
মূলছেদ বৃক্ষ যেন শীঘ্রে হোৱে পাত।
ভূমিত পৰিল সীতা খাই বজ্রাঘাত ॥
আউল জাউল কেশচয় খসিল বসন।
আচাৰে ভূমিত পৰি ভৈলা অচেতন ॥ ৩৩০৯০
দেখিয়া লক্ষ্মণ তেবে ভয় পাইলা মনে।
ধীৰে ধীৰে বাক্য বোলে সংক্ষেপ বচনে ॥
উঠ উঠ কৰি বোলে জনকনন্দিনী।
বামহাতে মচে বীৰে নয়নৰ পানী ॥ ৩৩০৯১
বামপদে সেৱা কৰি দৃঢ় ভক্তি ধৰি।
সেহি গুণে জীয়া উঠা জনক জীয়াৰী ॥
চিন্তিয়া ৰামৰ পাৱ পাইলেক চেতন।
আথে বেথে উঠি সীতা সম্বৰে বসন ॥ ৩৩০৯২
শোকাকুল ভৈলা তনু কৰয় বিলাপ।
কোন দোষে বিধি মোক দিলা বৰ তাপ ॥
কৈত বা আমাক এৰি যাৱাহা লখাই।
নিদাৰুণ হুয়া মোক বনত পেলাই ॥ ৩৩০৯৩
গুণৱন্ত ধৰ্ম্মৱন্ত দায়ালু দেৱৰ।
দাতাৱন্ত দায়াৱন্ত কৰুণা সাগৰ ॥
কহ কহ লখাই মোক নকৰিয়া ৰোষ।
পুনু বনবাস দিলা পায়া কোন দোষ ॥ ৩৩০৯৪

উদ্ধাৰ কৰিলা মোক দণ্ডিয়া ৰাৱণ।
ফল মূল জল দিলা বিবিধ বিধান ॥
স্থানে স্থানে বিৰচিয়া দিলা নানা ঘৰ।
পালিলা অনেক মতে পিতৃ যে শহুৰ ॥ ৩৩০৯৫
সোদৰ শাশুৰী সখা নাহিকে নিকটে।
কিমতে তৰিবো লখাই ইমত সঙ্কটে ॥
যত ৰাজমহিষী বঞ্চয় অন্তেসপুৰী।
পুনু পুনু বনে মই ভৈলো বনচাৰী ॥ ৩৩০৯৬
হা হা প্ৰভু ৰামচন্দ্ৰ তুমি বৰ ধন।
আৰ নেদেখিবো মই তোমাৰ চৰণ ॥
বনে হৰি নিলা মোক কৰিলা ক্ৰন্দন।
মোৰ শোকে বৃক্ষ পায়া দিলা আলিঙ্গন ॥ ৩৩০৯৭
হেন প্ৰভু মোক বৰ্জি দিলা পৰিতোষ।
তোমাক কি দোষ দিবো মোৰ কৰ্ম্ম দোষ ॥
সীতাৰ কাৰুণ্য দেখি লক্ষ্মণে কান্দয়।
শোকাকুলে লক্ষ্মণৰ বিদাৰে হৃদয় ॥ ৩৩০৯৮
শুন বাপু সীতা বোলে প্ৰাণৰ লখাই।
শোকঅগ্নি দহে মোক স্মৰিয়া গোসাই ॥
বুদ্ধি বৃহস্পতি ৰাম বুদ্ধিসে কাৰণ।
কি কাৰ্য্যে পঠাইলে লখাই কিবা প্ৰয়োজন ॥ '৯৯
ইকাৰ্য্যে সুগ্ৰীৱ বিভীষণৰ উচিত।
সোদৰ বান্ধৱ নাহি ভৈলোহো দুখিত ॥
চুলি ছিণ্ডে মুণ্ড হানি ছিৰিল বসন।
দীৰ্ঘৰাৱে আতিশয় কৰন্ত ক্ৰন্দন ॥ ৩৩১০০
স্ত্ৰীকুলে জন্মি মোৰ এই দুখকাৰ।
জনম আৰধি মোৰ এই দুখভাৰ ॥
এহি গঙ্গাজলে মই ত্যজিবো জীৱন।
গৰ্ভে ৰাজবংশে মাৰে দুহান নিধন ॥ ৩৩১০১
দাৰুণ পৰাণ কেনে নোহোৱে বাহিৰ।
কত দুখ কপালত আছে অভাগীৰ ॥
ৰামচন্দ্ৰ হেন প্ৰভু আৰ নেদেখিবো।
গৰাল বিষক খাই পৰাণ ত্যাজিবো ॥ ৩৩১০২
যেখনে প্ৰভুৱে মোক অগ্নিত ক্ষেপিলা।
পাপীষ্ঠ অগ্নিয়ে মোক কেনে নদহিলা ॥
কৃষ্ণৰ চৰণে মন দিয়োক সদায়।
সীতা শাস্তি হুয়া তভো দুখক নেৰায় ॥ ৩৩১০৩
তথাপি নেৰয় সীতা মুখে ৰাম নাম।
আপদ তৰণ হৌক বোলা ৰাম ৰাম ॥

---

## গীত

জনম অভাগিনী সীতা ৰে জনক জীয়াৰী।
জনম অৱধি দুখ কত সহিবাক পাৰি ॥ ৩৩১০৪
জনম হৈল মোৰ জনকৰ ঘৰে।
বিহাহেতু ধনুভঙ্গ প্ৰভু গৈলা বনে ॥
ধনু ভাঙ্গি বিহা কৈলা কমললোচনে।
পিতৃসত্যে আমি সঙ্গে ৰে প্ৰভু গৈলা বনে ॥'৩১০৫
চৈধ্যয় বৎসৰ মোৰে দণ্ডকাৰ বনে।
হৰিয়া আমাক নিলা ৰে লঙ্কাৰ ৰাৱণে ॥
সাগৰ বান্ধিলা প্ৰভু ৰে বধিলা লঙ্কেশ্বৰ।
লোকভয়ে অগ্নিমধ্যে ৰে অপূৰ্ব্ব কথন ॥ ৩৩১০৬
এত দুখ পায়া লখাইৰে ইবাৰ নৈৰাশ।
পুনৰপি লভিলো মই ৰে দাৰুণ বনবাস ॥
কহে ভৱানীদাসে ৰে অপূৰ্ব্ব কথন।
মচিলে মোচন নযায় ৰে ললাট লিখন ॥ ৩৩১০৭

---

## পদ

সীতা বোলে লখাই তুমি যাৱা নিজ দেশ।
প্ৰভুত কহিয়ো মোৰ বচন সন্দেশ ॥
মোৰ কৰ্ম্মদোষে হেন ভৈলেক দুৰ্গতি।
মোৰ অৰ্থে প্ৰভু যেন চিন্তা নকৰন্তি ॥ ৩৩১০৮
নাকান্দা নাকান্দা লখাই প্ৰাণৰ দেৱৰ।
কুশল কহিয়ো মোৰ প্ৰভুৰ গোচৰ ॥
অসুখ নকৰে যেন আম্মাৰ অন্তৰ।
সুখে ৰাজ্য ভোগে যেন প্ৰাণৰ ঈশ্বৰ ॥ ৩৩১০৯

অহর্নিশে এই বৰ মাগো মাত্র আমি।
জন্মে জন্মে ৰামচন্দ্র হোৱে মোৰ স্বামী ॥
কান্দি কান্দি কহে লখাই বুলিয়া বচনে।
কোন মুখে যাইবো মই এৰি ঘোৰ বনে ॥ ৩৩১১০
কি বুলিয়া প্রবোধিবো কমললোচন।
সাতজন মাৱ আৰো ভৰত শক্রঘ্ন ॥
কি বুলিয়া প্রবোধিবে অযোধ্যা নগৰী।
তোমাৰ বচনে মাৱ কেনে নাযাওঁ মৰি ॥ ৩৩১১১
সীতা বোলে লক্ষ্মণ কহো মোৰ বাণী।
কুশলে থাকিয়ো বাপ ভুঞ্জা ৰাজধানী ॥
আপুনাৰ কৰ্ম্মদোষ ললাটে লেখন।
তাৰ পাপ ভুঞ্জো বাপু নাযায় খণ্ডন ॥ ৩৩১১২
মোৰ বধ লাগে বাপ নকৰা ক্রন্দন।
মোৰ বধ লাগে লখাই কৰিয়ো গমন ॥
দেশে গৈয়া সেৱা কৰা কমললোচন।
মোৰ মাথা খাৱা যদি কৰাহা ক্রন্দন ॥ ৩৩১১৩
সাতাৰ বচনে লখাই কান্দিতে কান্দিতে।
সীতাৰ চৰণে সেৱি উঠিলেক ৰথে ॥
ধীৰে ধীৰে চলে লখাই পৰয় উজুটি।
জানকীৰ দুখে শোকে প্রাণ যায় ফুটি ॥ ৩৩১১৪
সুমৰন্তে লক্ষ্মণে যে শোকে প্রাণ ফুটে।
শোক পায়া সীতাদেৱী চাৱে একদৃষ্টে ॥
চক্ষুৰ যে আৰ যদি ভৈলন্ত লখাই।
ধূলায় ধূসৰে সীতা কান্দয় তথায় ॥ ৩৩১১৫
ধূলায়ে ধূসৰে সীতা কান্দে উচ্চৈস্বৰে।
আউল জাউল কেশ ভৈলা ভাঙ্গে অলঙ্কাৰে ॥
কৈত এৰি যাৱা বাপু দেৱৰ লক্ষ্মণ।
তুমি হেন নিদাৰুণ নাহি ত্রিভুবন ॥ ৩৩১১৬
ঘোৰ বনে একেশ্বৰী পেলায়া আমাৰে।
আমি হেন পাপী নাহি ইতিনি সংসাৰে ॥
স্ত্রী হুয়া এত দুখ কৰে কোন জন।
একেশ্বৰে অৰণ্যত বঞ্চিবো কেমন ॥ ৩৩১১৭
বাপ মাৱ শহুৰ যে আৰো বন্ধুগণ।
সিংহে ব্যাঘ্রে মোক যদি কৰয় পালন ॥
ঋষিকুলে জন্মি সূৰ্য্যবংশে আইলো পুনি।
স্ত্রী হুয়া মোৰ সম নাই অভাগিনী ॥ ৩৩১১৮
এহি বুলি ত্রাসে বালা পৰিল ভূমিত।
ভূমিত পৰিয়া সীতা ভৈলন্ত মূৰ্চ্ছিত ॥
সূৰ্য্যতাপে ঘৰ্ম্ম বহে শৰীৰ সকলে।
লৱনু পুতলি যেন দহিলা অনলে ॥ ৩৩১১৯
পৰ্ব্বত নিবাসী সবে মৃগ পক্ষী যত।
সীতাৰ ক্রন্দন দেখি ভৈলা মৰ্ম্মাহত ॥
তৃণ জল ফল মূল এৰিলা ভক্ষণ।
মৃণাল এৰিলা হংসে ময়ূৰে পেখন ॥ ৩৩১২০
কঙ্ক পক্ষী পাখা দিয়া সীতা আচ্ছাদিলা।
ৰৌদ্রৰ উত্তাপ হস্তে দুখ নিবাৰিলা ॥
কপোতে আনিয়া জল সীতাক যোগাৱে।
কোকিলে মধুৰ নাদে সীতাক ভোলাৱে ॥ ৩৩১২১
ভ্রমৰে ঝঙ্কাৰে পাগী কৰয় চেতন।
চেতন পাইলন্ত সীতা কৰয় ক্রন্দন ॥
ধীৰে ধীৰে যাই সীতা বাৰে হালি পৰে।
কদলীৰ বৃক্ষ যেন পৰে অল্প জড়ে ॥ ৩৩১২২
ধূলায়ে ধূসৰ তনু হৃদয়ে আতঙ্ক।
নিৰ্ম্মল চন্দ্রত যেন লাগিল কলঙ্ক ॥
সূৰ্য্যৰ আতাপে যেন মুকুতা ঝঙ্কাৰ।
শোকাকুল হুয়া তনু কাম্পে থৰথৰ ॥ ৩৩১২৩
দীৰ্ঘ কৰি ৰাৱে সীতা স্মৰে ৰাম ৰাম।
শোকৰ আতাপে দুখে বহি যায় ঘাম ॥
বনৰ হৰিণী যেন ভৈলন্ত বাহিৰ।
ত্রাসে নয়নৰ দুই বহি যায় নীৰ ॥ ৩৩১২৪
বনে ভ্রমে একেশ্বৰী সোণাৰ পুতলী।
শৰীৰৰ কান্তি শোভে উজ্জ্বলিত কৰি ॥

### সীতাদেৱীৰ বাল্মীকিৰ আশ্রমত আশ্রয় লাভ

মুনি পুত্র আইল তৈকে যজ্ঞ কাষ্ঠ নিতে।
সীতা দেখি জনাইলন্ত মুনিৰ আগতে ॥ ৩৩১২৫
কিবা নাগকন্যা কিবা মনুষ্যকুমাৰী।
যক্ষ গন্ধৰ্ব্বৰ কিবা ৰক্ষ অপেশ্বৰী ॥

দানৱ মানৱ কিবা ৰাক্ষস মানুষী।
বিদ্যাধৰী হেন ৰূপ দেখয় ৰূপসী ॥ ৩৩১২৬
পৰ্ব্বতনিবাসী যত নগৰ দেৱতা।
মনুষ্য শৰীৰ জানা নহৱে সৰ্ব্বথা ॥
ইৰূপ সুন্দৰ নাহি ইতিনি ভুৱনে।
আচোক মনুষ্য কাৰ্য্য পক্ষীৰ মুহনে ॥ ৩৩১২৭
একেশ্বৰে ঘোৰ বনে কান্দে একাকিনী।
সুধিলে উত্তৰ নেদে শুনা মহামুনি ॥
শুনিয়া বাল্মীকি মুনি চাৱে ধ্যানে বসি।
বনবাস দিলা ৰামে সীতা যে ৰূপসী ॥ ৩৩১২৮
পূৰ্ব্বে আমি বৰ্ণাই আছো সীতা যাইবো বন।
আমাৰ বচন ব্যৰ্থ হৈব কি কাৰণ ॥
হৃদয়ে সন্তোষ মুনি চলে শীঘ্ৰগতি।
শিষ্য উপশিষ্যে মুনি কৰিয়া সঙ্গতি ॥ ৩৩১২৯
সীতা আগে গৈয়া মুনি কৰিয়া সাদৰ।
ললাটে লিখন বিধি স্ৰজিলা তোমাৰ ॥
লোক অপবাদে ৰামে তোমাক বৰ্জ্জিলা।
পূৰ্ব্ব জন্মে তোমাক যে গোচৰ কৰিলা ॥ ৩৩১৩০
শোক পৰিহৰা মাৱ এৰিয়া ক্ৰন্দন।
সম্বন্ধে আমাৰ ভাই জনক ৰাজন ॥
জনকৰ পুৰোহিত বাল্মীকি যে নাম।
শোক এৰি গৃহে আসা হুয়া উপশাম ॥ ৩৩১৩১
জনক সমান আমি হওঁ তযু বাপ।
নাকান্দা নাকান্দা মাৱ এৰা দুখ তাপ ॥
দশৰথ, নৃপতি আমাৰ হৱে মিত্ৰ।
সম্বন্ধত ৰামচন্দ্ৰ হোৱে মোৰ পুত্ৰ ॥ ৩৩১৩২
পুত্ৰবধূ হোৱা মাৱ সম্বন্ধে আমাৰ।
মোৰ হস্তে তোমাসাৰ হৈব প্ৰতিকাৰ ॥
গৰ্ভৱতী নাৰী সীতা দিলা বৰ শোক।
যৱঞ্চা হৈবেক পুত্ৰ নাভাবিবা দুখ ॥ ৩৩১৩৩
দুই পুত্ৰ হৈব তযু নানা গুণৱন্ত।
অস্ত্ৰে, শস্ত্ৰে পাৰ্গত ধাৰ্ম্মিক মতিৱন্ত ॥
সেহি পুত্ৰে তোমাৰ পূৰিবে অভিলাষ।
পুনৰপি যাইবা তুমি ৰামচন্দ্ৰ পাশ ॥ ৩৩১৩৪
কান্দন ত্যাজিয়া আসা আমাৰ আশ্ৰমে।
পুনৰ্ব্বাৰ অযোধ্যাক নিৱন্ত শ্ৰীৰামে ॥
মনুষ্য দেখিয়া সীতা হৰষিত চিত্ত।
মুনিৰ বচনে হৈলা দুখ বিবৰ্জ্জিত ॥ ৩৩১৩৫
শোক দুখ গুচিলেক বাল্মীকিৰ বাক্যে।
মৃত জন জীলা যেন সুধা অভিষেকে ॥
ভয় দূৰ গৈলা দুখ ভৈলা উপশাম।
সাষ্টাঙ্গে মুনিৰ পাৱে কৰিলা প্ৰণাম ॥ ৩৩১৩৬
আদৰি গৌৰৱে নিলা জনকজীয়াৰী।
জনকজীয়াৰী দশৰথৰ বোৱাৰী ॥
দশৰথ শশুৰ জনক তুমি বাপ।
তযু দৰশনে গৈলা দুখ ভয় তাপ ॥ ৩৩১৩৭
গঙ্গাজলে নামি স্নান কৰিলেক সীতা।
বাল্মীকিৰ লগে চলি গৈলা আনন্দিতা ॥
মুনিৰ আশ্ৰমে সীতা ভৈলেক প্ৰবেশ।
দেখিলা বিচিত্ৰ পুৰী স্বৰ্গতো বিশেষ ॥ ৩৩১৩৮
ব্যাঘ্ৰ মৃগ সিংহ গৰ্জ্জে একত্ৰে বসিয়া।
ভিন্ন ভাৱ নাই কাৰো পুত্ৰৱত হুয়া ॥
মাৰ্জ্জাৰে মুষকে ক্ৰীড়া কৰে একস্থানে।
সিংহে গজে কৰে লালা একত্ৰে ভক্ষণে ॥ ৩৩১৩৯
শিখী সৰ্পে ভ্ৰমে তেবে একলে চৰয়।
বকে মৎস্যে জলক্ৰীড়া সমুদ্ৰে কৰয় ॥
দিব্য সৰোবৰ জল কাজলৰ প্ৰায়।
ৰাজহংসে মৃণালৰ দণ্ড তুলি খায় ॥ ৩৩১৪০
নানা মৃগ পক্ষী তাতে ভ্ৰমিয়া বেঢ়াৱে।
চৰে গৈয়া নিয়ৰে কন্দৰে ভক্ষ্য খাৱে ॥
নানা ফলমূল শোভি আছে কুঞ্জলতা।
দেখি আনন্দিত ভৈলা চন্দ্ৰমুখী সীতা ॥ ৩৩১৪১
কোকিলে কুহিলি ভৃঙ্গে গুঞ্জৰে ভ্ৰমৰে।
ময়ূৰে কৰয় নৃত্য পূৰ্ণ মনৰে ॥
শত্ৰু মিত্ৰ একত্ৰে থাকয় সেহি বনে।
হিংসা ভাৱ নাহি শুনি সেহি তপোবনে ॥ ৩৩১৪২
আশ্ৰমে আসিয়া মুনি ডাকে কন্যাগণ।
জনকদুহিতা সীতা কৰিয়ো পালন ॥

লক্ষ্মী অৱতৰী সীতা জনকজীয়াৰী।
সেৱা কৰি থাকিবাহা ভক্তি ভাৱ কৰি ॥ ৩৩১৪৩
মহাসতী মহাশান্তী সীতা পতিব্ৰতা।
ইহাক সেৱিলে পৰলোকে মুক্তিদাতা ॥
জাহ্নবীৰ জলে যেন সৰ্ব্বপাপ হৰে।
কৰিলে সীতাক সেৱা সেহি পটন্তৰে ॥ ৩৩১৪৪
দাসীৰূপে কৰাবাহা শয়ন ভোজন।
ধৰ্ম্মদেখি পালিবাহা সীতাৰ চৰণ ॥
পুত্ৰবধূ হৱে মোৰ জনকদুহিতা।
নানা উপহাৰ দিবা নকৰাবা চিন্তা ॥ ৩৩১৪৫
পৰম হৰিষ ভৈলা মুনিৰ ব্ৰাহ্মণী।
কৰয় সীতাক সেৱা ফলমূল আনি ॥
মুনিপুত্ৰে পৰ্ণশালা দিলা পুৰী কৰি।
আদৰে গৌৰৱে লৈলা জনকজীয়াৰী ॥ ৩৩১৪৬
জৈমিনী বোলয় কথা শুনা জন্মেজয়।
হেনমতে বঞ্চে সীতা মুনিৰ আলয় ॥
গুচিল সকলে দুখ ৰাজ্যৰ বাসনা।
মুনিকন্যাগণ সমে ভোগ কৰে নানা ॥ ৩৩১৪৭
সীতা ৰহিলেক তথা বাল্মীকিৰ স্থানে।
সুমন্ত লক্ষ্মণ তেবে চলিলা তেখনে ॥
সুমন্তক সম্বোধিয়া বুলিলা লক্ষ্মণে।
সীতাশোকে ৰামচন্দ্ৰ বিকল আপুনে ॥ ৩৩১৪৮
আজি হন্তে ৰামচন্দ্ৰ দুখ শোক ভাৱে।
ৰাত্ৰি দিনে কান্দে ৰাম সীতাৰ অন্তৰে ॥
সুমন্ত বোলয় শুনা সুমিত্ৰা নন্দন।
ব্যৰ্থ কহা নহে মহাজনৰ বচন ॥ ৩৩১৪৯
পূৰ্ব্ববৃত্তান্তক কহো শুনা দিয়া মনে।
দশৰথ গৈলা বশিষ্ঠৰ বিদ্যমানে ॥
বশিষ্ঠ আশ্ৰমে আছিলেক কতোক্ষণে।
বশিষ্ঠক সম্ভাষিয়া আসিলা ৰাজনে ॥ ৩৩১৫০
দুৰ্ব্বাসাক প্ৰথমতে ভৈলা দৰশন।
ৰথৰ নামিয়া ৰাজা বন্দিলা চৰণ ॥
কৰযোৰে ঋষিক নমিলা নৰপতি।
বৃদ্ধ ভৈলো মোৰ ঘৰে নহৈল সন্ততি ॥ ৩৩১৫১
ৰাজাৰ বচন শুনি ধ্যান কৰি চাইলা।
দশৰথ আগে মুনি তেখনে কহিলা ॥
চাৰিপুত্ৰ হৈব ৰাজা বিষ্ণু অৱতাৰ।
তেজৱন্ত ধৰ্ম্মবন্ত ধৈৰ্য্যবন্ত আৰ ॥ ৩৩১৫২
চাৰিপুত্ৰ মাজে শ্ৰেষ্ঠ ৰামেসে দুৰ্ব্বাৰ।
কৰিব দুষ্কৰ কৰ্ম্ম পৃথিৱী ভিতৰ ॥
পিতৃসত্য পালি তেবে কৰি বনবাস।
ৰাক্ষসে হৰিব সীতা ৰামৰ সকাশ ॥ ৩৩১৫৩
ৰাৱণ মাৰিয়া সীতা ৰামেও আনিব।
পুনৰপি সীতা দেৱী বনবাস দিব ॥
লোকঅপবাদে ৰাম হৈবন্ত বিমন।
সি কাৰণে সীতাক পঠায়া দিবো বন ॥ ৩৩১৫৪
মহাপুৰুষৰ বাক্য কতো নহে কাপ।
অযোধ্যা নগৰে আইলা পাইলা বৰ তাপ ॥
ৰথ পৰিহৰি আইলা শ্ৰীৰাম গোচৰ।
প্ৰণাম কৰিয়া আসি লখাই ধনুৰ্দ্ধৰ ॥ ৩৩১৫৫
সজল নয়ন কৰি কান্দয় লক্ষ্মণ।
হেন দেখি ৰামৰ বিকল ভৈলা মন ॥
মোহ পায়া ৰামচন্দ্ৰ দেখিয়া লক্ষ্মণ।
সীতা সীতা ডাক চাৰি হৈলা অচেতন ॥ ৩৩১৫৬
ৰামে বোলে শুন ভাই প্ৰাণৰ লখাই।
অনাথিনী সীতাক এৰিলা কোন ঠাই ॥
কান্দিয়া কান্দিয়া বীৰে বুলিলা বচন।
জাহ্নবীৰ কোলে সীতা এৰি আইলো বন ॥৩৩১৫৭
ঘোৰ বনে চন্দ্ৰে সূৰ্য্যে নাহিকে প্ৰকাশ।
তৈত নিয়া সীতাদেৱী দিলো বনবাস ॥
বাল্মীকি আশ্ৰম আছে তাহাৰ নিকটে।
তথাপিতো এৰি আইলো ভাগীৰথী তটে ॥৩৩১৫৮
লক্ষ্মণৰ বাক্যে ৰাম ভৈলন্ত বিকল।
ধাৰাষাৰে স্ৰবিলেক নয়নৰ জল ॥
ধূলায়ে ধূসৰ তনু কান্দে উচ্চৈস্বৰে।
সীতা নেদেখিয়া মই কেনে যাইবো ঘৰে ॥৩৩১৫৯
কৃষ্ণৰ চৰণ দুই ভৱ তৰিবাৰ।
হেন জানি হৃদয়কমলে কৰা সাৰ ॥

কৃষ্ণৰ চৰণে মনে শিৰোগত কৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥ ৩৩১৬০

---

### গীত

কহ কহ প্ৰাণভাই ৰে সোদৰ লখাই।
অনাথিনী সীতাক ৰে এৰিলি কোন ঠাই ॥
ৰাজাৰ কুমাৰী সীতা ৰে ৰাজাৰ বোহাৰী।
ঘোৰ বনে কিৰূপে বঞ্চিব একেশ্বৰী ॥ ৩৩১৬১
আমি হেন নিষ্ঠুৰ ৰে নাহি ত্ৰিভুৱনে।
অগ্নিশুদ্ধা সীতা ৰে পঠাইলো ঘোৰ বনে ॥
ভয়ঙ্কৰ জন্তু দেখি ৰে সীতা ছাৰিব পৰাণে।
সঙ্গে ইষ্ট মিত্ৰ নাই ৰে কে কৰিবে ত্ৰাণে ॥ '১৬২
সীতাৰ তৰে বিবাদ ৰে পশিলো ঘোৰ বনে।
চৈধ্যয় সহস্ৰ ৰাক্ষস ৰে মাৰি খৰ দূষণে ॥
সীতাৰ তৰে জণ্টাইল ৰে বধিলো ৰাৱণে।
সীতাৰ কাৰণে বধ ৰে পৰিল ঘোৰ ৰণে ॥৩৩১৬৩
সীতাৰ তৰে ৰাৱণে ৰে বধিলো ৰাজা বালী।
সীতাৰ তৰে সুগ্ৰীৱ সমে ৰে কৈলো মিতাৰালী ॥
ইহাক লাগি সাগৰ বান্ধি ৰে বধিলো ৰাৱণ।
হেন সীতা বনে মই ৰে পঠাইলো কি কাৰণ ॥
কান্দিয়া কান্দিয়া ৰামে ৰে পাইলো সীতাৰ ভাবে।
কহে ভৱানীদাসে ৰে অশ্বমেধ পৰ্ব্বে ॥ ৩৩১৬৪

---

### পদ

ৰামে বোলে সীতা মোক নজনাই গৈলা।
পাপীষ্ঠ লোকৰ বাদে প্ৰাণ হৰুৱাইলা ॥
উপজিলা সীতাদেৱী অৰণ্যৰ দণ্ডে।
ৰাজ অন্তঃশুদ্ধ কৰি সকল ব্ৰহ্মাণ্ডে ॥ ৩৩১৬৫
অযোনিসম্ভৱা কন্যা জনকজীয়াৰী।
সীতা বনে পঠাই আমি ভৈলো একেশ্বৰী ॥
নিৰ্দ্দয় নিষ্ঠুৰ আমি নিদাৰুণ হিয়া।
শৰীৰ দহয় মোৰ তাক নেদেখিয়া ॥ ৩৩১৬৬
হেন বুলি ৰামচন্দ্ৰ কৰিলা ক্ৰন্দন।
অন্তেষপুৰী শুনি সবে সীতা গৈলা বন ॥
শাশুৰী কৌশল্যা কান্দে সুমিত্ৰা কৈকেয়ী।
ভূমিত লুটিয়া কান্দে সীতা গৈলা কই ॥ ৩৩১৬৭
হা হা বধূ কোথা গৈলা জনকনন্দিনী।
দাৰুণ শ্ৰীৰামে বনে পঠাইলা আপুনি ॥
অগ্নিশুদ্ধা সীতা দেৱী জানে ত্ৰিভুৱনে।
হেন সীতা ৰামে বৰ্জ্জিলেক কেন মনে ॥ ৩৩১৬৮
পতিব্ৰতা সীতা দেৱী লক্ষ্মী অৱতাৰ।
কোন দোষে ৰামে তাঙ্ক কৈলা পৰিহাৰ ॥
হেন শুনি স্ত্ৰীসবে কৰয় ক্ৰন্দন।
সীতাৰ যতেক গুণ কৰিয়া স্মৰণ ॥ ৩৩১৭৯
কান্দয় সীতাক লাগি যত নাৰীগণ।
সেহিবেলা ভৰদ্বাজ ভৈলা উপসন ॥
জৈমিনী বদতি কথা শুনা জন্মেজয়।
শত্ৰুঘন নিবা আইলা মুনি মহাশয় ॥ ৩৩১৭০
লৱণ দানৱ নামে মধুৰ নন্দন।
তাকে ভয় তপোস্থানে কৰে মুনিগণ ॥
যত নষ্ট কৰে সবে মুনি বিনাশয়।
তাহাৰ প্ৰতাপে সবে মনুষ্য কাম্পয় ॥ ৩৩১৭১
ভৰদ্বাজ দেখি ৰাম চৰণে বন্দিয়া।
দিলেক আসন ৰামে পাদ্য অৰ্ঘ দিয়া ॥
ৰামে বোলে মুনিবৰ কেনে আগমন।
মুনি বোলে যজ্ঞ ভঙ্গ কৰয় লৱণ ॥ ৩৩১৭২
মথুৰা নগৰে থাকে মুনিগণ মাৰে।
শত্ৰুঘন দিয়া তেবে কৰিব সংহাৰে ॥
ভৰদ্বাজ বাক্যে ৰামে শত্ৰুঘন আনি।
মুনিৰ লগত কৰি দিলন্ত মেলানি ॥ ৩৩১৭৩

### লৱ-কুশৰ জন্ম

ৰথ ধ্বজ গজবাজী চতুৰঙ্গ দলে।
বাল্মীকিৰ তপোবনে সিদিনা ৰহিলে ॥
দশমাস দশদিন সম্পূৰ্ণ যে ভৈলা।
সেহিদিনা সীতা দুই পুত্ৰ প্ৰসৱিলা ॥ ৩৩১৭৪

সুন্দৰ বদন দুই সীতাৰ নন্দন।
যৱজ্ঞা কুমাঁৰ দুই দেখি সন্তোষন॥
বাল্মীকিত জনাইলা মুনিৰ কন্যাগণে।
দুই পুত্র সীতা প্রসবিলা এতিক্ষণে॥ ৩৩১৭৫
শুনি মুনিবৰ তথা আইল তেতিক্ষণ।
দেখিলন্ত দুই শিশু আতি মনোৰম॥
জয় দুৰ্ব্বা হাতে লৈ মুনি অনুপম।
মনে চিন্তি লৱকুশ দুইৰো দিলা নাম॥ ৩৩১৭৬
শুনি মুনি আইলা তথা শত্রুঘন ধীৰ।
সীতাদেৱী প্রসবিছে দুই মহাবীৰ॥
মুনিৰ বচনে হৰিষিত শত্রুঘন।
কৃতাঞ্জলি কৰি বোলে মুনিৰ চৰণ॥ ৩৩১৭৭
পৰম হৰিষ ভৈলো শুনিয়া বাৰ্ত্তাক।
তোমাৰ আজ্ঞায়ে পায় সীতা দেখিবাক॥
শত্রুঘন বাক্য শুনি হাসে মুনিবৰ।
আজ্ঞা দিলো দেখা গৈয়া ভ্রাতৃবধূ তোৰ॥৩৩১৭৮
হেন শুনি শত্রুঘন গৈলা অভ্যন্তৰ।
সাতাৰ চৰণে লৈয়া কৰি নমস্কাৰ॥
সীতা বোলে শত্রুঘন কহিয়ো সত্বৰ।
লৱণ বধিবা যাইবা মথুৰা নগৰ॥ ৩৩১৭৯
মোক এৰি ৰামচন্দ্র কৈত সুখে আছে।
ভৰত লক্ষ্মণ বীৰে কুশলে কি আছে॥
শাশুৰীসকল কিবা কুশল কথন।
পাত্র মিত্র প্রজাগণ পুৰোহিত জন॥ ৩৩১৮০
শত্রুঘনে বোলে সবে কুশলে আছন্ত।
তযু শোকে ৰাত্রি দিনে সঘনে কান্দন্ত॥
ৰাজ্য চৰ্চ্চা ভোগ ৰাম কিছু নাহি মনে।
শোকাকুল সন্তাপ আকুল সৰ্ব্বক্ষণে॥ ৩৩১৮১
তযু পদ দেখি মোৰ সন্তোষিত মন।
আজ্ঞা দিয়া যাওঁ মই ভৰদ্বাজ বন॥
সীতা বোলে ভালে যাইবা মথুৰা নগৰ।
পিতা খুৰা তাত কিছু নাহিকে অন্তৰ॥ ৩৩১৮২
ছয় দিন থাকা অপেক্ষাক যে কৰিয়া।
দুই পুত্র কুমাৰৰ ষষ্ঠী যে কৰিয়া॥
পুত্র ভ্রাতৃপুত্র কিবা ভিন্ন ভাব নাই।
বংশৰ উদ্ধাৰ কৰ্ম্ম কৰিবে জুৰায়॥ ৩৩১৮৩
ছয় দিনে ষষ্ঠী পূজা কৰিলা বিধানে।
শুভকাৰ্য্য কৰি চলিলন্ত মুনি সমে॥
শত্রুঘনে বোলে মাতৃ শুনিয়ো বচন।
কুমাৰৰ কথা কৈবো ৰামৰ সদন॥ ৩৩১৮৪
সাতা বোলে মই যদি থাকো শুদ্ধ মনে।
পুৰীৰ সকলে পাসৰিব সৈন্যগণে॥
সি কাৰণে শত্রুঘনে পাসৰিলা তাক।
কহিলা ৰামৰ স্থানে বিধিৰ বিপাক॥ ৩৩১৮৫
বনে লৱ-কুশ দুই ভৈলা বুদ্ধিমান।
দ্বিতীয়াৰ চন্দ্ৰ যেন দিনে দিনে আন॥
যত অস্ত্র শস্ত্র মানে শিখাইলা বাল্মীকে।
পুনু অনুক্রমে ৰামায়ণ গীত শিখে॥ ৩৩১৮৬
ৰামৰ চৰিত্ৰে যত জন্ম আদি অন্ত।
একে একে বাল্মীকে শিখাইলা যত যত॥
শাস্ত্রে বিশাৰদ ভৈলা অস্ত্রত নিপুণ।
সিংহ সম পৰাক্রম গুণে নহে হীন॥ ৩৩১৮৭

### শ্রীৰামচন্দ্ৰৰ অশ্বমেধ যজ্ঞ

শত্রুঘন পঠাইলন্ত ৰাম মহাৰাজ।
শুনা জন্মেজয় ৰামে কৈলা যেন কায॥
ভৰত লক্ষ্মণ দুইক আনি ৰঘুবৰ॥
মন্ত্রণা কৰিলা ৰামে বসি অভ্যন্তৰ॥ ৩৩১৮৮
ৰামে বোলে শুনা ভাই সব সহোদৰ।
ব্রহ্মবধ কৰি আছো ৰাজা লঙ্কেশ্বৰ॥
ৰাজসূয় যজ্ঞ আমি কৰিবো নিশ্চয়।
যজ্ঞ কৰ্ম্ম নকৰিলে পাপ নহে ক্ষয়॥ ৩৩১৮৯
লক্ষ্মণে বোলয় ৰাজসূয় মনে ললে।
লোকপীড়া হৱে ৰাজসূয় যজ্ঞ হলে॥
ৰাজসূয় যজ্ঞ পূৰ্ব্বে কৰে মহোদৰ।
দেৱতা অসুৰে যুদ্ধ ভৈলন্ত বিস্তৰ॥ ৩৩১৯০
অশ্বমেধ যজ্ঞে হৱে লোক উপকাৰ।
অশ্বমেধ কৈলে হৱে পাপৰ উদ্ধাৰ॥

বাঞ্চা সিদ্ধি হৈব সবে কাৰ্য্যৰ শোভন।
ৰামে বোলে শুনা ভাই প্ৰাণৰ লক্ষ্মণ ॥ ৩৩১৯১
অশ্বমেধ যজ্ঞ কৰ্ম্ম লবে মোৰ মন।
ভাল যে কহিছা কৰ্ম্ম সোদৰ লক্ষ্মণ ॥
তিনি ভাই মিলিয়া মন্ত্ৰণা কৈলা সাৰ।
ৰাজ্যে ৰাজ্যে দূত ৰামে পঠাইলা আপাৰ ॥ '১৯২
হনুমান পঠাইলেক কৰিয়া যতন।
লঙ্কাহন্তে আনা গৈয়া বীৰ বিভীষণ ॥
আনিবা সুগ্ৰীৱ ৰাজা কিষ্কিন্ধ্যাক গৈয়া।
ৰাক্ষস বানৰ বীৰ আসে লগে লৈয়া ॥ ৩৩১৯৩
আন চৰ পঠাইলা আনিবা শত্ৰুঘন।
দূতক পঠাইলা আন জনক ৰাজন ॥
দেৱ দ্বিজ পৰায়ণ বাল্মীকি তপোধন।
ৰাজঋষি ব্ৰহ্মঋষি যতেক ব্ৰাহ্মণ ॥ ৩৩১৯৪
বিশ্বামিত্ৰ আন গৈয়া আৰো সপ্তমুনি।
ৰাজাগণ নিমন্ত্ৰিয়া সকলোকে আনি ॥
নট ভাট আনা যত যত শিল্পীকাৰ।
সজায়ো যতেক সেনাগণ আপুনাৰ ॥ ৩৩১৯৫
নদীতীৰে যজ্ঞস্থল কৰা পুৰস্কাৰ।
সুৱৰ্ণৰ সীতা সাজা যজ্ঞ কৰিবাৰ ॥
শিল্পীকাৰসব আনা গণনা কৰিতে।
সুৱৰ্ণ ৰজত সব কলস গঢ়িতে ॥ ৩৩১৯৬
ভৰত চলিয়া যাবা গোমতীৰ তীৰে।
সৈন্যগণ লৈয়া চলা নট ভাট বীৰে ॥
যত মণি মুক্তা লৈয়া ৰজত কাঞ্চন।
নানা আভৰণ বস্ত্ৰ লৈয়া বহুধন ॥ ৩৩১৯৭
কোটি কোটি ধেনু লৈয়া বাদ্য ভগু আতি।
নটী-নটগণ লৈয়া যতেক যুৱতী ॥
ভৰত চলিয়া গৈলা গোমতীৰ তীৰে।
সৈন্যগণ সহিতে ভৰত বীৰবৰে ॥ ৩৩১৯৮
যজ্ঞভূমি নিৰ্ম্মাণ কৰিলা একমাস।
পাথৰে ফটিকে স্থান কৰিলা বিশেষ ॥
ৰত্নময় মাণিক ৰোপিলা স্থানে স্থানে।
সুৱৰ্ণৰ পুৰী কৰে পুষ্পৰ উদ্যানে ॥ ৩৩১৯৯

ৰাজাৰ প্ৰজাৰ ঘৰ দেখিতে সুন্দৰ।
ঘৰ কৰে থাকিবাক ৰাক্ষস বানৰ ॥
ৰামৰ আদেশে আইলা যত সেমাগণ।
আনিলা অনেক বস্ত্ৰ অনেক ৰতন ॥ ৩৩২০০
মাণিক অনেক লৈয়া আইল বিভীষণ ॥
ফল মূল লৈয়া যে সুগ্ৰীৱ উপসন ॥
হনুমন্ত সুষেণ সম্পাতি মহামতি।
আসিলা বানৰ সৈন্য নিশাচৰ জাতি ॥ ৩৩২০১
গবাক্ষ ধূম্ৰাক্ষ আৰো সৰভ বানৰ।
অসংখ্য বানৰ আইল বহু নিশাচৰ ॥
শত্ৰুঘন আসিল মথুৰাপুৰী হন্তে।
বৰ বৰ ঋষি আইলা মহাতীৰ্থ হন্তে ॥ ৩৩২০২
তপস্বী সন্ন্যাসী আইলা যত দেশান্তৰী।
যাৰ যেন মতে আইলা যজ্ঞ অনুসৰি ॥
যাৰ যেন মতে আইলা যজ্ঞস্থল ভৰি।
প্ৰণাম কৰিলা ৰামে কৃতাঞ্জলী কৰি ॥ ৩৩২০৩
শ্ৰীৰামৰ আগে দূতে কহে আসি বাণী।
সবে আইল নাসিল বাল্মীকি মহামুনি ॥
বৰুণৰ যজ্ঞ কাৰ্য্যে পাতালত আছে।
যজ্ঞ পূৰ্ণ দিয়া মুনি আসিবন্ত পাচে ॥ ৩৩২০৪
চৰ মুখে শুনি বৰ চিন্তা ভৈলা ৰাম।
বাল্মীকিক নভৈলে কেনে কৰো যজ্ঞকাম ॥
ৰাজাসব মুনিসব লৈয়া আনন্দিত।
যজ্ঞস্থানে গৈলা ৰাম হৈয়া হৰিষিত ॥ ৩৩২০৫
যজ্ঞস্থান দেখি তেবে ৰাম ৰঘুবৰ।
ধন্য ধন্য ভৰত যে প্ৰশংসে বিস্তৰ ॥
পুৰোহিত পাত্ৰ লৈয়া যত ৰাজাগণ।
যজ্ঞস্থানে গৈলা ৰাম কমললোচন ॥ ৩৩২০৬
বিভীষণ আদেশিলা ৰাম ৰঘুপতি।
যজ্ঞ স্থানে যত লোক ভুঞ্জায়ো অথিতি ॥
ঘৃত দধি মধু আদি মধুৰ মোদক।
ৰসময় ফল-মূল সবে আনিলেক ॥ ৩৩২০৭
ফল-মূল কদলীক উপহাৰ দ্ৰব্য।
দধি লৈয়া যাই যত নিশাচৰ সব ॥

ৰাক্ষসৰ ভয়ে পাৰে যত মুনিগণ ।
সিসব ৰাক্ষসে মুনি পখালে চৰণ ॥ ৩৩২০৮
নানা উপহাৰ যত কৰিয়া যতন ।
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য নট ভাটগণ ॥
বিদেশী তপস্বী ঋষি স্বদেশী সন্ন্যাসী ।
ভিক্ষুক যাচক ভুঞ্জায় বিভীষণে বসি ॥ ৩৩২০৯
খাৱা খাৱা নিয়া নিয়া বোলে নিশাচৰে ।
তুষ্ট হৈয়া প্ৰশংসয় সবে নৰবৰে ॥
ভোজন কৰায়া দিলা ৰজত কাঞ্চন ।
বস্ত্ৰ অলঙ্কাৰ দিলা নানাবিধ ধন ॥ ৩৩২১০
বশিষ্ঠ কাত্যায়ণ মাৰ্কণ্ড বিশ্বামিত্ৰ ।
গালৱ কাশ্যপ জমদগ্নি বিশ্বামিত্ৰ ॥
গৌতম সৌভৰি আৰো অঙ্গিৰা পৱিত্ৰ ।
অনুক্ৰমে বসিলা ইসব পুৰোহিত ॥ ৩৩২১১
মুনিসবে কহিলেক ইসব বিধান ।
বশিষ্ঠৰ বাক্যে দিলা সুৱৰ্ণৰ দান ॥
অশিপত্ৰ ব্ৰত ঘোৰা বৰিলা আপুন ।
শ্বেতবৰ্ণ ঘোৰা আৰো কৃষ্ণবৰ্ণ কৰ্ণ ॥ ৩৩২১২
ৰক্তবৰ্ণ পুচ্চ হৈব পীতবৰ্ণ উৰু ।
দীৰ্ঘমত গ্ৰীৱা হৈব চন্দ্ৰমত খুৰু ॥
যজ্ঞ আগে বহিবাহা যতেক ব্ৰাহ্মণ ।
একো একো বিপ্ৰে দিব চন্দ্ৰ একখান ॥ ৩৩২১৩
এক গজ দশ অশ্ব একোভাৰ সোণা ।
শত ধেনু বস্ত্ৰ অলঙ্কাৰ দিব নানা ॥
মুকুতাৰ এক মালা ৰথ সুৱৰ্ণৰ ।
বুলিবা মধুৰ বাণী সমুখে বিপ্ৰৰ ॥ ৩৩২১৪
অশিপত্ৰ ব্ৰত ৰাম বৰন্তো দুষ্কৰ ।
এক শয্যা স্ত্ৰী সঙ্গে বঞ্চিব বাসৰ ॥
নাৰী দেখি মন যেন তাহাক নযাৰে ।
আচোক আলিঙ্গে নচাইবেক কামভাবে ॥ ৩৩২১৫
বৰিষ অৱধি ৰাখিবাক লাগে হয় ।
ঘোৰাৰ ৰক্ষক দিবা সহোদৰ ভাই ॥
যেহি জনে পত্ৰ পঢ়ি ঘোৰা নেই ধৰি ।
তাহাক জিনিয়া অশ্ব আনিব উদ্ধাৰি ॥ ৩৩২১৬
শ্ৰীৰামে বোলয় বাক্য শুনা মুনিবৰ ।
যজ্ঞ হয় দেখিয়োক ঘোৰাশালি ঘৰ ॥
বশিষ্ঠে সহিতে ৰাম গৈলা বাজীশালা ।
লক্ষ্মণে যজ্ঞৰ ঘোৰা বাছিয়া আনিলা ॥ ৩৩২১৭
চন্দ্ৰসম প্ৰকাশন্ত কেশৰী বিক্ৰম ।
বিদ্যুৎ সঞ্চাৰ গতি নাহিকে উপমা ॥
যজ্ঞত বৰিবে লাগে সহস্ৰ ব্ৰাহ্মণ ।
বিধিপাঠ দিলা আৰো অলঙ্কাৰ ধন ॥ ৩৩২১৮
অশ্ব আনি পূজিলেক বিবিধ বিধানে ।
সুৱৰ্ণৰ মালা দিলা হৰষিত মনে ॥
গলে '।ণ্টা দিলা আৰো শ্বেত যে চামৰ ।
সুৱৰ্ণৰ খুৰা দিলা দেখিতে সুন্দৰ ॥ ৩৩২১৯
কপালত পত্ৰ দিলা প্ৰতিজ্ঞা লেখিয়া ।
মুনিগণ ঋষিগণ নৃপতি বেঢ়িয়া ॥
দশৰথ সুত আমি ৰাম ধনুৰ্দ্ধৰ ।
সূৰ্য্যবংশে জন্ম বঞ্চো অযোধ্যা নগৰ ॥ ৩৩২২০
কৌশল্যা জননী মোৰ পতিব্ৰতা সতী ।
পৃথিবীত সতী সংসাৰৰ মধ্যে খ্যাতি ॥
অশ্বমেধ যজ্ঞ ঘোৰা এৰিল পূজিয়া ।
যাৰ শক্তি আছে ঘোৰা ৰাখিব বান্ধিয়া ॥ ৩৩২২১
শক্তিহীন যেহি জন পশোক শৰণ ।
নহে তাৰ বিনাশ চিন্তিবা শত্ৰুঘন ॥
চৈত্ৰমাস পূৰ্ণমাসী পায়া শুভক্ষণ ।
ঘোৰা এৰি দিলা ৰাম কমললোচন ॥ ৩৩২২২
বেদধ্বনি কৰে ৰাম সবে মুনিগণ ।
নানা বাদ্য নৃত্য কৰে অপূৰ্ব্ব বাজন ॥
ঘোটক ৰক্ষক হুয়া চলে শত্ৰুঘন ।
তিনি অক্ষৌহিনী সঙ্গে চলে সেনাগণ ॥ ৩৩২২৩
পৱন সঞ্চাৰে ঘোৰা চলে লীলা মুখে ।
ধনু ধৰি সেহি ঘোৰা সেনাগণে ৰাখে ॥
ৰথে চৰি সেনাগণে ঘোৰাসঙ্গে ধাৱে ।
আপুন ইচ্ছায়ে ঘোৰা পৃথিবী বেঢ়াৱে ॥ ৩৩২২৪
বলৱন্ত ৰাজাসবে ঘোৰা পাই ধৰে ।
শত্ৰুঘনে ঘোৰা আনে জিনিয়া সমৰে ॥

যত ৰাজা জিনিলে কহিতে নাই অন্ত।
অশ্ব উদ্ধাৰিয়া শত্ৰুঘন বলৱন্ত ॥ ৩৩২২৫
নজানিয়া যেই বীৰে ঘোৰা ধৰে ৰঙ্গে।
ৰাম নাম পত্ৰ পঢ়ি এৰি দেই ভঙ্গে ॥
যি ৰামে সাগৰ বান্ধি বধিলা ৰাৱণ।
তাৰ ঘোৰা যেহি ধৰে অৱশ্যে মৰণ ॥ ৩৩২২৬
বিশ্ৰাম কৰয় ঘোৰা ৰহি সেহি স্থান।
চতুৰ্ভিতি বেঢ়িয়া ৰাখয় সৈন্যগণ ॥
পৰ্ব্বতে পৰ্ব্বতে ঘোৰা সততে বেঢ়িল।
নদী নদ খাল বাম অনেক তৰিল ॥ ৩৩২২৭
ৰাজ্যে ৰাজ্যে লঙ্ঘি ঘোৰা লঙ্ঘিল সাগৰ।
মিলিল বাল্মীকি কলবনৰ ভিতৰ ॥
কদলীৰ সুগন্ধ সুন্দৰ ফলচয়।
স্থানে স্থানে পকি আছে গন্ধে মনোময় ॥৩৩২২৮
ৰম্য স্থানে মনসুখে ঘোটক বেড়ায়।
জলপান কৰিয়া কোমল ঘাস খায় ॥
কলবন ৰক্ষক যে আছে লৱ বীৰ।
বাল্মীকিৰ বৰে বীৰ অক্ষত শৰীৰ ॥ ৩৩২২৯

শ্ৰীৰামচন্দ্ৰৰ যজ্ঞৰ ঘোৰা লব-কুশৰ হাতত আৱদ্ধ

কলবন নষ্ট ভৈলে মুনি অনুৰাগ।
দৈৱগতি সেহি ঘোৰা লৱে পাইলা লাগ ॥
মুনিপুত্ৰগণ আছে লৱৰ লগত।
ৰাখয় কদলী বন হুয়া আনন্দিত ॥ ৩৩২৩০
দেখিয়া ঘোটক ৰঙ্গ হুয়া কলেৱৰ।
কপালৰ পত্ৰ লৈয়া পঢ়ে লৱ বীৰ ॥
প্ৰতিজ্ঞা বচন পঢ়ি ভৈলা কোপমন।
ৰাম ধনুৰ্দ্ধৰ দশৰথৰ নন্দন ॥ ৩৩২৩১
পৃথিৱীত এক সতী কৌশল্যা সুন্দৰী।
ৰামচন্দ্ৰ তান পুত্ৰ অযোধ্যা নগৰী ॥
ৰামেসে কৰয় যজ্ঞ এৰিলেক অশ্ব।
ধৰিয়া ৰাখক ঘোৰা কাৰ আছে শক্য ॥ ৩৩২৩২
পত্ৰ পঢ়ি ক্ৰোধ কৰি বুলিলন্ত লৱে।
তাৰ মাৰ সতী কিম্বা মোৰ মাৱ তেবে ॥
অতি সতী পতিৱ্ৰতা জনকনন্দিনী।
আমাৰ মাৱৰ ধিক সতী আছে কোনি ॥ ৩৩২৩৩
তাৰ মাৱৰ সতীত্ব বুজিয়ো নিশ্চয়।
এহি বুলি ঘোৰা বান্ধে লৱ মহাশয় ॥
মুনিৰ কুমাৰে বোলে মই মহাবীৰ।
ব্ৰাহ্মণ কুমাৰ আমি ৰণত অস্থিৰ ॥ ৩৩২৩৪
ধৰিলা ৰাজাৰ ঘোৰা বৰতো সাহস।
যাৰ ঘোৰা এই সিটো আসিব আবাস ॥
কলবন ভাঙ্গিয়া মাৰিবো ৰণস্থলে।
ৰণে বৰ শ্ৰান্ত পাইবা জনালোহো ভালে ॥৩৩২৩৫
অল্পবল ব্ৰাহ্মণ সমৰ নাহি জানি।
ঘোৰা মেলি দিয়া পুনু ৰহে তোৰ প্ৰাণী ॥
লৱে বোলে নাহি আমি আপুনি তৰালি।
তিলৰ কুশৰ বিপ্ৰ যুদ্ধে নোৱাৰিলি ॥ ৩৩২৩৬
চিন্তা পৰিহৰি বিপ্ৰ বসি থকা তুমি।
ঘোৰা নিবা যেহি আসে বধিবোহো আমি ॥
ব্ৰাহ্মণ কুমাৰ আমি ৰাম ধনুৰ্দ্ধৰ।
নিক্ষত্ৰী কৰিলা সেই ধৰণী বিস্তৰ ॥ ৩৩২৩৭
মুনিপুত্ৰ হুয়া আমি কৰিবোহো ৰণ।
ঘোৰাৰ ৰক্ষক আইলে মাৰিবো আপুন ॥
এহি বুলি ঘোৰা বান্ধি ৰহিলেক লৱ।
ঘোৰা বিচাৰিয়া তৈত আইল সৈন্যসব। ৩৩২৩৮
কদলীৰ গাছে দেখে বান্ধিছে ঘোটক।
কোনে বান্ধি আছে ঘোৰা শীঘ্ৰে কোৱা মোক ॥
লৱে বোলে ঘোৰা আমি ৰান্ধিছো আপুনে।
কাৰ শক্তি আছে আসি মেলোক এখনে ॥৩৩২৩৯
সেনাগণে বোলে শুন অবোধ ছৱাল।
শিশু হুয়া মৰিবাৰ চাৱে যমকাল ॥
ধৰিলা ৰাজাৰ ঘোৰা কিমান সাহস।
দোষ গুণ নুবুজস চঞ্চল বয়স ॥ ৩৩২৪০
ফল-মূল খাবা তুমি মুনিৰ কুমাৰ।
তেজ বীৰ্য্য পৰাক্ৰম নাহিকে তোমাৰ ॥
মৰণৰ নাহি ভয় কৰ বীৰ দৰ্প।
পৰাণ নাযায় হেতু ধৰা কাল সৰ্প ॥ ৩৩২৪১

মত্তসিংহ হাতে যেন ঠেলিলেক গজে।
নজানিয়া ঘোৰা ধৰা মৰিবাৰ কাজে ॥
মুনিপুত্ৰ হুয়া তোৰ মনে নাহি আণ্টি।
মৃত্যুপথ দেখিও অগ্নিকুণ্ডে যাস হাণ্ঠি ॥ ৩৩২৪২
কালঅগ্নি শত্ৰুঘন যাবত নআসে।
প্ৰাণ লৈয়া পলাই যাৱা যাৱে বীৰ নাসে ॥
হাসিয়া বুলিল তেবে মুনিৰ তনয়।
যাৰ বল আছে আসি কাঢ়ি নেউক হয় ॥ ৩৩২৪৩

**লব-কুশৰ লগত ৰাম-সৈন্যৰ যুদ্ধ**

লবৰ বাক্যক শুনি বোলে সৈন্যগণ।
জনাইলন্ত গৈয়া যথা আছে শত্ৰুঘন ॥
কদলীৰ গাছে লব নামে মুনিসুত।
ঘোটক বান্ধিয়া সেহি কহে অদভুত ॥ ৩৩২৪৪
আটোপ টঙ্কাৰে কহে কৰি অহঙ্কাৰ।
ঘোৰা মেলি নিয়া আসি শক্তি আছে কাৰ ॥
শুনি সুমিত্ৰাৰ সুতে কোপে আদেশিলা।
মুনিপুত্ৰে ঘোৰা নিলা অদ্ভুত মিলিলা ॥ ৩৩২৪৫
সবে সৈন্য চলি যায় কদলীৰ বনে।
ঘোৰা ধৰি লৱা সবে মুনিপুত্ৰ সমে ॥
এৰিয়া নেদিবা যত্নে আনিবা কুমাৰ।
কতমান বল তাৰ মুখ চাহিবাৰ ॥ ৩৩২৪৬
জপ তপ ধৰ্ম্মপথ তাহাৰ উচিত।
তাকে ছাৰি ঘোৰা বান্ধে মতি বিবৰ্জ্জিত ॥
শত্ৰুঘন আদেশে চলিলা সেনাগণ।
ধনুশৰ হাতে ধৰি মণ্ডিত গগন ॥ ৩৩২৪৭
আটোপ টঙ্কাৰে যায় ঘোৰা মেলিবাৰ।
দেখি লব বীৰে পাচে কোপিল বিস্তৰ ॥
ধনুত জুৰিয়া শৰ প্ৰহাৰিলা লবে।
সন্ধানে এৰিলা শৰ কৌতুহল ভাবে ॥ ৩৩২৪৮
কাহাৰো কাটিলা হাত কাৰো কাটে ধনু।
কাহাৰো কাটিলা শিৰ কাৰো কাটে তনু ॥
লবৰ বিক্ৰম দেখি কাম্পে থৰ থৰে।
আচোক মেলিব ঘোৰা সৈন্য অস্ত কৰে ॥৩৩২৪৯
ৰণে ভঙ্গ দিলা সবে দেখিয়া সঙ্কট।
ভয় পাই গৈলা শত্ৰুঘনৰ নিকট ॥
বোলে কোথা হন্তে আইল ছৱাল দুৰন্ত।
আচোক মেলিব ঘোৰা সৈন্য কৰে অন্ত ॥৩৩২৫০
শত্ৰুঘনে আদেশিলা সব বীৰগণ।
চতুৰ্ভিতি বেঢ়ি ধৰা মুনিৰ নন্দন ॥
কোপে আইলা শুনি ছয় সংগ্ৰামে অসুৰ।
চতুৰ্ভিতি শৰবৃষ্টি কৰিলা প্ৰচুৰ ॥ ৩৩২৫১
পৰ্ব্বতত বৃষ্টি যেন বৰিষয় ধাৰে।
সেহিমতে শৰ এৰে লবৰ উপৰে ॥
শেল শূল ত্ৰিশূল মুদ্গৰ ভিণ্ডীপাল।
মুদ্গৰ মুষল এৰে যেন যমকাল ॥ ৩৩২৫২
প্ৰহাৰয় বীৰসব বজ্ৰসম শৰ।
একো অস্ত্ৰ নপৰিল লবৰ উপৰ ॥
অৰ্দ্ধচন্দ্ৰ বাণ জুৰি অলক্ষিতে তাৰ।
ধনু ধৰি অস্ত্ৰ সবে কাটিলা আপাৰ ॥ ৩৩২৫৩
অনেক পৰিল সেনা দেখি শত্ৰুঘন।
মহাকোপে প্ৰবেশিলা কৰিবাক ৰণ ॥
ৰথে চৰি ধনু ধৰি কৰিলা টঙ্কাৰ।
দশ শৰ শত্ৰুঘনে কৰিলা প্ৰহাৰ ॥ ৩৩২৫৪
তাক দেখি লবে এৰিলেক পাঞ্চশৰ।
শত্ৰুঘন হৃদয়ে হানিলা দৃঢ়তৰ ॥
চাৰি শৰে চাৰি ঘোৰা পেশিলেক ৰণে।
ধ্বজ ৰথ সাৰথিক কাটিলা তেখনে ॥ ৩৩২৫৫
ৰথৰ কাটিলা ছত্ৰ ধনু টোণ বাণ।
সৰ্ব্বাঙ্গে জৰ্জৰ কৈলা হানিয়া সন্ধান ॥
আন ৰথে চৰি বীৰে ধনুশৰ ধৰি।
শত শত বাণ মাৰে লবক আবৰি ॥ ৩৩২৫৬
তিনি বাণে শত্ৰুঘনে মাৰিলেক ছোটে।
বজ্ৰসম ভেদিলেক লবৰ ললাটে ॥
কোপে জ্বলে লব বীৰ কাটিলেক বাণ।
শত্ৰুঘন প্ৰশংসিয়া ভৈলা আগুৱান ॥ ৩৩২৫৭
ধন্য ধন্য বীৰ তুমি বৰ ধনুৰ্দ্ধৰ।
শৰৰূপে পদ্ম দিলা ললাট উপৰ ॥

এহি বুলি চাৰি শৰে চাৰি ঘোৰা কাটে।
সাৰথি কাটিয়া পেশে যমৰ নিকটে ॥ ৩৩২৫৮
চক্র হানি ধনুবাণ কৰিলা সংহাৰ।
ৰথ ধ্বজ পতাকা কৰিলা চুৰমাৰ ॥
বিৰথিক হুয়া শত্রুঘনে জ্বলে কোপে।
মৃগ ধৰিবাক যেন ধাৱে কালসাপে ॥ ৩৩২৫৯
দিব্য ৰথে চৰি বীৰে লৈলা ধনুশৰ।
জুৰিলেক শৰসব কৰিলা অন্তৰ ॥
গৃধ্রিনী পক্ষীৰ পাখি জিনি আছে বনে।
সুৱৰ্ণ ৰচিত তীক্ষ্ণবাণ খুৰ শানে ॥ ৩৩২৬০
পীতবর্ণ শৰ জলে অদ্ভুত পৰম।
মূৰ্ত্তিমন্ত শৰগোট সাক্ষাততে যম ॥
এৰিলা বিষম শৰ এৰি হুহুঙ্কাৰ।
আকাশে উঠিয়া আসে অগ্নিৰ সঞ্চাৰ ॥ ৩৩২৬১
অগ্নি যেন যায় জ্বলি শৰ ভয়ঙ্কৰ।
উঠি সাৱধান ভৈলা মুনিৰ কুমাৰ ॥
উলটি লৱৰ দিলা মুনিপুত্রচয়।
হাসি লৱ বীৰে তাঙ্ক ডাকিয়া ৰাখয় ॥ ৩৩২৬২
কতো দূৰে ৰহিলন্ত সবে শিশুগণ।
ভয়ে কম্পমান গাৱ থিৰ নহে মন ॥
দেখি শত্রুঘনে বোলে পলায়ো ছৱাল।
তোক মাৰিবাক শৰ যায় যমকাল ॥ ৩৩২৬৩
দেখিয়া লীলায়ে লৱে এৰে শৰপাত।
আকাশৰ পথে চণ্ডশৰ গৈলা কাট ॥
দুইখান হুয়া শৰ পৰিলা ভূমিত।
দেখি সৰ্ব্বলোকে পাচে ভৈলন্ত বিস্মিত ॥৩৩২৬৪
শত্রুঘনে বিস্ময় যে চাৱে সবে ৰণে।
অগ্নি হেন শৰগোট জুৰিলেক গুণে ॥
থাক থাক বুলি ডাক দিলা উচ্চৈস্বৰে।
ধনুগুৰ্ণে জুৰি শৰ কৰিবো সংহাৰে ॥ ৩৩২৬৫
শৰমুখে দ্বাদশ আদিত্য হৰে ক্রমে।
দক্ষিণ দিশত চন্দ্ৰ যম বহে বামে ॥
শুক পক্ষী পাখা দিয়া নিৰ্ম্মি আছে বাণ।
সেহি শৰ ধনুগুৰ্ণে কৰিলা সন্ধান ॥ ৩৩২৬৬
হেন বাণ এৰিলেক কৰি অতি হাস।
দেখি লৱ বীৰে মনে লাগিল তৰাস ॥
জ্বলন্ত অগনি যেন পাই ঘৃত ধৰে।
সেহিমতে আসে শৰ বিদ্যুত সঞ্চাৰে ॥ ৩৩২৬৭
লৱে বোলে আজি যেবে থাকে কুশ ভাই।
আমাক ৰাখিয়া শৰ কাটিল তথায় ॥
সীতা সতী মাতা মোৰ ত্রিভুৱনে জানে।
তান পুণ্যবলে বাণ কাটি পেলাওঁ বাণে ॥৩৩২৬৮
হেন বুলি লৱে বাণ জুৰিলা ধনুত।
বিদ্যুৎ সঞ্চাৰে বাণ চলে আকাশত ॥
শত্রুঘন শৰ যায় আকাশ জুৰিয়া।
অৰ্দ্ধপন্থে লৱে বাণ পেলাইলা কাটিয়া ॥ ৩৩২৬৯
অৰ্দ্ধখান বেগে তেবে আহে অন্তৰীক্ষে।
ধনু কাটি লৱ বীৰ প্রবেশিলা বুকে ॥
শৰঘাৱে লৱ বীৰ পৰিলা ভূমিত।
চুম্বকিয়া মুখে তাৰ বহয় শোণিত ॥ ৩৩২৭০
বুকে পৰি পিঠিভাগে ভেদিলা লৱক।
ক্রৌঞ্চ যে পৰ্ব্বত যেন ভেদিলা কাৰ্ত্তিক ॥
ধৰণীত শোভে যেন পূৰ্ণিমাৰ শশী।
বজ্রঘাৱে মেৰু যেন শৃঙ্গ পৰে খসি ॥ ৩৩২৭১
জ্ঞান মন চেতন হৰিল সুকুমাৰ।
প্ৰাণ বিবৰ্জ্জিত বীৰ দেখে অন্ধকাৰ ॥
শ্বাস মাত্র আছে তাৰ ভৈলা অচেতন।
দেখিয়া হৰিষ ভৈল বীৰ শত্রুঘন ॥ ৩৩২৭২
শোণিতে তিতিল তনু দেখিতে সুন্দৰ।
তৰুণ অৰুণ যেন ভৈলা কলেৱৰ ॥
ছট ফট কৰে জীউ সুন্দৰ কুমাৰ।
শত্রুঘন দেখি দায়া ভৈলন্ত অপাৰ ॥ ৩৩২৭৩
স্নেহভাৱে কুমাৰক কোলে তুলি লৈলা।
স্নান কৰাই জল সমে তেজ পখালিলা ॥
ৰথে চৰি শিশু লৈয়া চলিলা তেখন।
ঘোৰা মেলি শত্রুঘন কৰি ঘোৰ ৰণ ॥ ৩৩২৭৪
আনন্দে দুন্দুভি বাৱে শঙ্খ ধ্বনি কৰে।
সীতাত জনাইলা গৈয়া মুনিৰ কুমাৰে ॥

শুনা সীতাদেৱী হেৰা আমাৰ বচন।
তযু পুত্ৰ লৱ মৰে কৰি ঘোৰ ৰণ ॥ ৩৩২৭৫
যজ্ঞৰ ঘোটক আইলা কদলীৰ বনে।
দেখিয়া ধৰিলা তাক লৱে আতখানে ॥
ঘোৰাৰ ৰক্ষক সবে বেঢ়িলেক বন।
লৱৰ সহিতে আসি কৰে ঘোৰ ৰণ ॥ ৩৩২৭৬
প্ৰচণ্ড অনেক সেনা শৰবৃষ্টি কৰি।
অচেতন ভৈলা লৱ লৈয়া যায় ধৰি ॥
ৰণে পৰাজয় লৱ মেলি নেই হয়।
বন্দী কৰি ৰণে লৈয়া চলে সৈন্যচয় ॥ ৩৩২৭৭
হৃদয়ত মুঠি মাৰে চিৰে আভৰণ।
থিৰ হুয়া সীতাদেৱী বুলিলা বচন ॥
পতিব্ৰতা নাৰী যদি হওঁ শুদ্ধমতি।
নিষ্পাপ শৰীৰ যদি হওঁ মই সতী ॥ ৩৩২৭৮
কুশলে থাকক পুত্ৰ লৱৰ শৰীৰ ॥
ৰাজ্যভাৰ স্বামী গৈলা আছে দুইবীৰ ॥
সূৰ্য্যবংশ ৰক্ষা হৈবে আছে মোৰ সুত।
সকলেও এৰিলেক আছে দুই পুত্ৰ ॥ ৩৩২৭৯
কিমতে ধৰিবো প্ৰাণ পাই মহাভয়।
শত্ৰুহাতে বন্দী ভৈল অভাগী তনয় ॥
হা হা পুত্ৰ কেনমতে অস্ত্ৰক সহিলা।
পাপীষ্ঠ বৈৰৰ হাতে প্ৰাণ বন্দী কৈলা ॥ ৩৩২৮০
আৰ নেদেখিবো পুত্ৰ তোমাৰ বদন।
ভাল মন্দ হৈলে আমি তেজিবো জীৱন।
ভাৰষা বাল্মীকি নাহি জিজ্ঞাসি বচন।
ইহেন সঙ্কটে ৰাখিবেক কোনজন ॥ ৩৩২৮১
কোনে আনিবাক গৈলা কুশ পুত্ৰ মোৰ।
কোনে তৰাইবেক মোক ই শোকসাগৰ ॥
একেশ্বৰে দেখি তাক বৈৰী নেই ধৰি।
বনে গৈল কুশ পুত্ৰ নাহে কেন কৰি ॥ ৩৩২৮২
বৈৰীক জিনিয়া আজি ৰাখা সহোদৰ।
প্ৰাণত অধিক পুত্ৰ নিলা বৈৰী বৰ ॥
মই চাৰি অসতী দুৰ্ম্মতী অভাগিনী।
কুলৰ কমল পুত্ৰ বৈৰী নেই জিনি ॥ ৩৩২৮৩
দুখুনীৰ পুত্ৰ কেনে দুখ দিলা আৰে।
অগ্নি খাই মৰিবোহো তোমাৰ অভাগে ॥
দীৰ্ঘৰাৱে কান্দে সীতা ধৰণীত পৰি।
এথা কুশ বীৰ আইল লৱ কৈত ছাৰি ॥ ৩৩২৮৪
বামচক্ষু বামকৰ্ণ ফন্দে ঘনে ঘন।
দক্ষিণে শৃগাল দেখি দুখ লাগে মন ॥
কুশে বোলে নজানো কি ভৈল দৈৱযোগে।
কুশলে থাকোক লৱ জননীৰ আগে ॥ ৩৩২৮৫
কদলীৰ বনে ভাই আছে একেশ্বৰে।
কিবা ধৰি নেই বৈৰী জিনিয়া সমৰে ॥
কিবা দুখ পাৱে ভাই কলৰ অন্তৰে।
হেন ভাবি আইলা বীৰ মাৱৰ গোচৰে ॥ ৩৩২৮৬

মাতৃৰ আদেশত কুশৰ ৰণযাত্ৰা

প্ৰণামি মাৱৰ স্থানে বুলিলা বচন।
লৱ কোথা গৈলা মাই কান্দা কি কাৰণ ॥
কান্দি সীতাদেৱী বোলে কি শোধা আমাৰ।
কল বনে আইলা ঘোৰা লঙ্ঘিয়া সাগৰ ॥ ৩৩২৮৭
সেহি ঘোৰা দেখি লৱে বান্ধিয়া ৰাখিলা।
ঘোৰা বিচাৰিয়া বনে ৰক্ষক আসিলা ॥
ঘোৰাৰ ৰক্ষক সবে কৰি ঘোৰ ৰণ।
তীক্ষ্ণ শৰঘাৱে লৱ ভৈলা অচেতন ॥ ৩৩২৮৮
শত্ৰুঘনে বন্দী কৰি ধৰি লৈয়া যায়।
জীৱে মাৰে নজানিলো চিন্তিয়ো উপায় ॥
তুমি পৰে বন্ধু তাৰ নাহি ত্ৰিভুবনে।
বিপক্ষক জিনি আন তাক ঘোৰ ৰণে ॥ ৩৩২৮৯
মাৱৰ বচনে কুশে ভৈলা কোপ মন।
প্ৰলয়ৰ সূৰ্য্য যেন দেখিতে ভীষণ ॥
মাৱৰ চৰণে কুশে প্ৰণাম যে কৰি।
শীঘ্ৰবেগে চলি যায় হাতে ধনু ধৰি ॥ ৩৩২৯০
কুশে বোলে নিচিন্তিয়া বসি থাকা আই।
ইন্দ্ৰ যদি হৱে আসি বৈৰীৰ সহায় ॥
তাক শীঘ্ৰে মাৰি লৱ আনিবাক যাওঁ।
তথাপি জিনিবো মই শুনা তুমি মাৱ ॥ ৩৩২৯১

ৰৌদ্ৰ তাপে ধৰণী তাপিত হৈছে যৰে।
সন্তোষিবো সৈন্য কাটি তেজ বৃষ্টি ঝৰে॥
টোণ বাণ লৈয়া বীৰে কৱচ কিৰীটি।
দিব্য ধনু লৈয়া বীৰে চলে পৰিপাটি॥ ৩৩২৯২
মুকুট সহিতে সূৰ্য্যসদৃশ চলয়।
শীঘ্ৰবেগে ধাৱে বীৰ সমৰে দুৰ্জ্জয়॥
মাৱে আশীৰ্ব্বাদ দিলা হাতে দুৰ্ব্বা ধান।
ৰণ জিনি আসা ঘৰে লভিয়া কল্যাণ॥ ৩৩২৯৩
মাৱৰ বচন শুনি কুশ ৰঙ্গমনে।
সীতাক প্ৰণাম কৰি চলিলন্ত ৰণে॥
বিদ্যুত সঞ্চাৰে গৈলা ৰণে ধনু ধৰি।
বায়ুবেগে গৈলা বীৰ ৰণক সত্বৰি॥ ৩৩২৯৪
ডাকি বোলে শত্ৰুঘন এৰ মোৰ ভাই।
নহে তোক সংহৰিলো এৰণ নাযায়॥
ভ্ৰুকুটি কুটিল মুখ দেখয় কুমাৰ।
বৰ বৰ ডাক চাৰে আতি ভয়ঙ্কৰ॥ ৩৩২৯৫
যেবে পৰাক্ৰম আছে কৰিয়ো সমৰ।
তুহি পুনু যাৱা মোৰ এৰি সহোদৰ॥
বিনা যুদ্ধে আজি তোক এৰণ নযায়।
ত্ৰিদশ দেৱতা যদি হোৱয় সহায়॥ ৩৩২৯৬
তথাপি সংগ্ৰামে সেনা মাৰিবো সকল।
ক্ৰোধে বীৰ যম দৰশন হেন বোল॥
দেখি সৈন্য ভয় পায়া ভৈল কম্পমান।
বোলে কোন বীৰ আসে হাতে ধনুৰ্বাণ॥ ৩৩২৯৭
প্ৰলয়ৰ সূৰ্য্য যেন দেখি বিপৰীত।
সেহি বীৰে মাৰে আজি সৈন্য সমন্বিত॥
যম সম পৰাক্ৰম দেখিতে দুৰ্ব্বাৰ।
দাৰুণ সংগ্ৰামে আজি কৰিবে সংহাৰ॥ ৩৩২৯৮
সিংহ দেখি মৃগ যেন পলাৱে কন্দৰে।
সেহিমতে বৈৰী দলে পশে গৈয়া ধীৰে॥
শত্ৰুঘনে বোলে হাসি মুনিপুত্ৰ দেখি।
কোন লাজে আইলি তই সমৰ উপেখি॥ ৩৩২৯৯
বীৰগণ প্ৰহাৰিয়া কৰিবো বিনাশ।
শৰঘাৱে পলাইবিহি পায়া বৰ ত্ৰাস॥
ক্ৰোধ কৰি ধাই গৈলা সবে বীৰগণ।
ধনু ধৰি কৰিলেক বাণ বৰিষণ॥ ৩৩৩০০
সিংহ দেখি ধাইলা যেন মৃগ যুথে যুথে।
শৰবৃষ্টি কৰিলেক জুৰি বায়ুপথে॥
দেখি কোপে জ্বলিলেক কুশ মহাশয়।
চক্ষুৰ নিমিষে বীৰ সৈন্য কৈলা ক্ষয়॥ ৩৩৩০১
তীক্ষ্ণ শৰ প্ৰহাৰিয়া কাটিলেক গজ।
ৰথী ৰথ পতাকা চামৰ ছত্ৰধ্বজ।
এৰিলে অৰ্ব্বুদে শৰ মন কৌতুহলে।
দানৱৰ বেশে যেন ধৰি ধৰি গিলে॥ ৩৩৩০২
মাৰিলা অনেক সেনা কুশ বীৰে ছেদি।
মাংসে যে কৰ্দ্দম ভৈলা তেজে বহে নদী॥
ত্ৰিঘণ্টি ত্ৰিকণ্টি আৰু বাণ কৰ্ণিকাৰ।
অৰ্দ্ধচন্দ্ৰ বাণ মাৰি কৰিলা সংহাৰ॥ ৩৩৩০৩
বৰ বৰ বীৰগণ ৰণত পৰিল।
গজ সৈন্য অশ্ব সৈন্য সকলে মাৰিল॥
কৱচ কিৰীটি মুণ্ড কৰ্ণৰ কুণ্ডল।
হস্ত পদ মধ্য দেহ কাটিল সকল॥ ৩৩৩০৪
টোণ গুণ ধনু শৰ অস্ত্ৰ ছত্ৰদণ্ড।
কুশ বীৰে সবাকো কৰিলা খণ্ড খণ্ড॥
বহয় শোণিতে নদী ধৰণীমণ্ডলে।
সেনাগণ ভাসি যায় তৰঙ্গ মিসালে॥ ৩৩৩০৫
লগ নামে মহাবীৰ কৰি বৰ কোপে।
শক্তি লৈয়া হানিলেক দুৰ্জ্জয় প্ৰতাপে॥
মত্ত গজে চৰি বীৰে কৰিলা প্ৰহাৰ।
আকাশে চৰিয়া আসে বিদ্যুত সঞ্চাৰ॥ ৩৩৩০৬
পাঞ্চশৰ প্ৰহাৰিলা কুশ মহাবীৰে।
শক্তি ছেদি পেলাইলেক আকাশ উপৰে॥
চাৰি শৰে চাৰি পদ কাটি গজমুণ্ড।
এক শৰ প্ৰহাৰিলা ছেদিলন্ত মুণ্ড॥ ৩৩৩০৭
পদগতি লগ বীৰে গদা প্ৰহাৰিলা।
চক্ৰ হানি গদা সমে হস্তক ছেদিলা॥
বাম হাতে গদা লৈয়া ধাৱে লগ বীৰে।
সিয়ো হাত কুশ বীৰে কাটি তীক্ষ্ণশৰে॥ ৩৩৩০৮

শোণিতে তিতিল তনু দেখয় ৰাতুল।
ফুলিছে অশোক হেন কিংশুকৰ ফুল ॥
শাখাহীন বৃক্ষ যেন ধাৱে বীৰবৰ।
পাৱে তুলি গদা লৈয়া কুশৰ উপৰ ॥ ৩৩৩০৯
পৰিল নিৰ্ঘাত গদা কুশৰ হৃদয়।
ক্ৰোধ কৰি ধাইলা কুশ হুয়া অগ্নিময় ॥
মত্ত সিংহ ধাইলা যেন পিবাক ৰুধিৰ।
সেহিমতে ধায়া যায় কুশ মহাবীৰ ॥ ৩৩৩১০
পৰিলেক লগ বীৰ ধৰণী লোটাই।
খড়্গ হাতে লৈয়া কুশে বেগে ধায়া যায় ॥
যমদণ্ড লৈয়া যেন ধাইলা মহাযুদ্ধে।
শত্ৰুঘন সেনা মাৰে কুশে মহাক্ৰোধে ॥ ৩৩৩১১
মত্ত মত্ত হস্তীগণ চক্ৰে কাটি মাৰে।
পাখা ছেদ পক্ষী যেন আকাশৰ পাৰে ॥
হেনমতে হস্তীগণ পাৰয় ধৰণী।
পালটিয়া দুই আক্ষি ত্যজয় পৰাণী ॥ ৩৩৩১২
ইন্দ্ৰে যেন পাখা ছেদে বজ্ৰ পৰ্ব্বতৰ।
সেহিমতে কুশ বীৰে কৰিলা সংহাৰ ॥
তেজবৃষ্টি ধৰণীৰ শান্ত ভৈলা তাপ।
গৰুড়ে নাশিলা যেন ঘোৰ কালসাপ ॥ ৩৩৩১৩
হস্তী দান্তে খড়্গ পৰি অগ্নি উঠে জ্বলি।
গজ বাজী সৈন্য মাৰি উটি যাই ধূলি ॥
পুঞ্জে পুঞ্জে একত্ৰে পৰিলা গজশিৰ।
হস্ত পদ ভূমি পাৰে ৰবৰৰ বীৰ ॥ ৩৩৩১৪
অগ্নিত দহিলা যেন শুকান কানন।
শৰে হানি কুশ বীৰে কৰিলা নিধন ॥
দেখি কোপে ধাই গৈলা বীৰ শত্ৰুঘন।
ৰথে চৰি ধাইলা বীৰ কৰিবাক ৰণ ॥ ৩৩৩১৫
অক্ষয় বিষম অস্ত্ৰ প্ৰহাৰে দুৰ্জ্জয়।
কুশৰ ভেদিলা শিৰ ললাট ত্ৰিতয় ॥
ক্ৰোধ কৰি কুশে ভিণ্ডীপাল এৰে বেগে।
শত্ৰুঘন চাৰিঘোৰা কাটিলেক ছেগে ॥ ৩৩৩১৬
সাৰথি ৰথক কাটি পেশে যমপুৰ।
তীক্ষ্ণশৰে ভেদিলেক হৃদয়ে প্ৰচুৰ ॥
বজ্ৰসম বাণে ভেদিলেক মৰ্ম্ম যাৰ।
মূৰ্চ্ছা যাই শত্ৰুঘন ধৰণী লোটয় ॥ ৩৩৩১৭
চেতন নাহিকে বীৰ সুমিত্ৰা নন্দন।
তমোময় দেখিলেক ফিৰিল নয়ন ॥
আৰ্ত্তনাদ কৰি পৰে ধৰণী উপৰ।
বজ্ৰঘাৱে পৰে যেন পৰ্ব্বত শিখৰ ॥ ৩৩৩১৮
ধূম্ৰময় চন্দ্ৰ যেন পৰিল ভূমিত।
সন্ধ্যা কালে সূৰ্য্য যেন বৰ্ণ ভৈলা পীত ॥

লৱ-কুশৰ যুদ্ধ জয়

কুশ শত্ৰুঘনে যদি কৰি পৰাজয়।
চেতনক পায়া উঠে লৱ মহাশয় ॥ ৩৩৩১৯
চক্ষু মেলি দেখে লৱে কুশ মহোদৰ।
চলা যাওঁ ঘোৰা লৈয়া মাৱৰ গোচৰ ॥
লৱৰ বচনে কুশে ঘোৰা ধৰি আনি।
কদলীৰ গাছে ঘোৰা বান্ধিলেক টানি ॥ ৩৩৩২০
কুশে বোলে লৱ ভাই প্ৰাণৰ সোদৰ।
চলা যাওঁ ঘোৰা লৈয়া মাৱৰ গোচৰ ॥
লৱে বোলে ভাই এহি নোহোৱে মন্ত্ৰণা।
চাহি থাকো ঘোৰা নিবা আহে কোনজনা ॥৩৩৩২১
যেহি ৰাজাৰ ঘোৰা সেহি কৰিব উদ্দেশ।
কলবন নষ্ট ভৈলে মুনি হৈব ক্ৰোশ ॥
যৈকে যাইবে তৈকে যাইবো ঘোৰা বিচাৰিতে।
ৰণস্থলি হৈব তৈতে মুনিৰ পুৰীতে ॥ ৩৩৩২২
এতেকে যাইবাক দদা নহৱে উচিত।
কলবন ৰাখি থাকো ঘোৰায়ে সহিত ॥
দুই ভাই ৰহিলেক স্মৰি বাল্মীকিক।
স্বৰ্গহন্তে আইলা যেন গণেশ কাৰ্ত্তিক ॥ ৩৩৩২৩
দাৰুণ সংগ্ৰামে যেই ৰহিলা পৰাণে।
বাৰ্ত্তা কহিবাক গৈলা শ্ৰীৰামৰ স্থানে ॥
অসিপত্ৰ ব্ৰতে ৰাজা হুই আছে দীক্ষিত।
কৃষ্ণ চৰ্ম্ম পৰিধান ব্ৰাহ্মণে বেষ্টিত ॥ ৩৩৩২৪
বসি আছে ডাহিনে বামে ভকত লখাই।
ঋষিগণে মুনিগণে বেদপাঠ চাই ॥

হস্তে মৃগচৰ্ম্ম ৰাম মাথে জটা ভাৰ।
তৃণশয্যা ফলমূল অম্বু যে আহাৰ॥ ৩৩৩২৫
যজ্ঞধুম্রে ভৰি আছে গগনমণ্ডল।
বেদধ্বনি কৰে মুনি ব্ৰাহ্মণসকল॥
স্বৰ্ণ নিৰ্ম্মিত সীতা আছে বামভিতে।
হেনকালে দূত গৈলা ৰামৰ বিদিতে॥ ৩৩৩২৬
দণ্ডৱতে প্ৰণামিয়া বোলে ৰঘুনাথ।
তযু ভ্ৰাতৃ শত্ৰুঘন ৰণে ভৈলা পাত॥
সাগৰ তৰিয়া ঘোৰা গৈলা কলবনে।
ঘোৰা পাই বান্ধিলেক মুনিৰ নন্দনে॥ ৩৩৩২৭
সংগ্ৰামে কুশল দুই মুনিৰ কুমাৰ।
তযু ভ্ৰাতৃ মাৰিলেক যত বীৰবৰ॥
ৰামে বোলে কহ কেনে অদ্ভুত বচন।
শত্ৰুঘন মহাবীৰ যমৰ সদন॥ ৩৩৩২৮
মুনিপুত্ৰে মাৰিলেক মনে নাহি লয়।
মুনিপুত্ৰ মাৰিবেক যুদ্ধে নুযুৱায়॥
বনে বনে ভ্ৰমন্তেসে তোক পাইলা প্ৰেতে।
সিকাৰণে হেন কহা বুদ্ধি বিবৰ্জ্জিতে॥ ৩৩৩২৯
এবে বোলে ৰামচন্দ্ৰ যি স্মৰে তোমাৰে।
ৰাক্ষস পিশাচে তাক কি কৰিতে পাৰে॥
ভ্ৰমজ্ঞান নোহো গোসাঁই কহিলো নিশ্চয়।
সংসাৰে ভ্ৰময় ঘোৰা মনে নাহি লয়॥ ৩৩৩৩০
পৃথিৱীৰ যত ৰাজা কেৱে নধৰিলা।
তযু নাম শুনি ঘোৰা সকলে এৰিলা॥
কলবনে দুই শিশু আতি ভয়ঙ্কৰ।
তিনি অক্ষৌহিণী সমে সুমিত্ৰাকুমাৰ॥ ৩৩৩৩১
মনুষ্যৰ মূৰ্ত্তি নহে যম অৱতাৰ।
আকৃতি প্ৰকৃতি দেখি তোমাৰ আকাৰ॥
নৰাচৰ ঘাৱে শত্ৰুঘন বীৰ মাৰে।
তিলমাত্ৰ ছিদ্ৰ নাহি শৰৰ প্ৰহাৰে॥ ৩৩৩৩২
শুনিয়া মূৰ্চ্ছিত ভৈলা ৰঘুৰ নন্দন।
ভূমিত পৰিয়া কান্দি স্মৰি শত্ৰুঘন॥
শত্ৰুঘন বীৰ মোৰ প্ৰাণ সমসৰ।
আমাৰ কুৰিলা ভক্তি ভাই সদাচাৰ॥ ৩৩৩৩৩
সংসাৰ জিনিয়া ঘোৰা আনি বাহুবলে।
তোমাক মাৰিলা দুষ্ট মুনিৰ ছৱালে॥
কান্দি কান্দি ৰামচন্দ্ৰ শত্ৰুঘনৰ শোকে।
ধৰণীত পৰি ৰামে মুষ্টি হানে বুকে॥ ৩৩৩৩৪
লৱণ মাৰিয়া কৰি পৃথিৱী উদ্ধাৰ।
মুনিগণ ঋষিগণ সাধি প্ৰতিকাৰ॥
মোৰ বাক্য কোনকালে নকৰে লঙ্ঘন।
পৰম ধাৰ্ম্মিক ভাই সুমিত্ৰানন্দন॥ ৩৩৩৩৫
কি বুলিয়া প্ৰবোধিবো সুমিত্ৰা সুন্দৰী।
মুনিপুত্ৰহাতে ভাই প্ৰাণে গৈলা মৰি॥
সুন্দৰ বদন ভাই গুণৰ সাগৰ।
তোমাৰ বিৰহে ভাই ত্যজো কলেৱৰ॥ ৩৩৩৩৬
যৈতে আছে মুনিপুত্ৰ যাইবোহো আপুনি।
পৰাণে দহিবো ভাই বাণৰ অগনি॥
মুনিপুত্ৰ হুয়া তেবে এত দুষ্ট মন।
কহয় ভৱানীদাসে বিধিৰ ঘটন॥ ৩৩৩৩৭
মুখে নাম হৃদিৰূপ ধৰিয়ো সতত।
এতেকে মুকুতি পাইবা কহিলো স্বৰূপ॥
পাইবাহা পৰম পদ লভিবা সম্পদ।
বোলা হৰি হৰি সবে খণ্ডোক আপদ॥ ৩৩৩৩৮

লক্ষ্মণৰ ৰণযাত্ৰা

পদ

ৰামে বোলয় শত্ৰুঘন প্ৰাণৰ সোদৰ।
লক্ষ্মণ অনুজ ভাই প্ৰাণ সমসৰ॥
লক্ষ্মণ ভৰত কান্দে আৰ সাত মাৱ।
অযোধ্যাৰ লোকে কান্দে কাঢ়ি দীৰ্ঘ ৰাৱ॥ ৩৩৩৩৯
কোহিৰ ছৱাল আইলা হুয়া কালৰূপ।
আমাৰ ভাইক মাৰি কৰয় প্ৰতাপ॥
কি বুলিয়া প্ৰবোধিবো সুমিত্ৰা সুন্দৰী।
অকালে বিধবা ভৈলা তাহান বোৱাৰী॥ ৩৩৩৪০
এহিমতে কান্দিলেক ৰঘুৰ নন্দন।
লক্ষ্মণক চাই বীৰে বুলিলা বচন॥

শুনিয়ো লক্ষ্মণ ভাই যি কাৰ্য্যে উচিত।
অশিপত্র ব্ৰতে আমি হৈ আছো দীক্ষিত ॥ ৩৩৩৪১
আপুনি যাইবাক নৰো তুমি যাৱা ৰণে।
ভৰত থাকিবা আতে আমাৰ সদনে ॥
শত্ৰুঘনৰ শত্ৰুক যে কৰিবা নিপাত।
নহে তুমি শিশুক যে আনিবা সাক্ষাত ॥৩৩৩৪২
ৰামৰ বচনে চলে লক্ষ্মণ কুমাৰ।
ৰামৰ চৰণে বীৰে কৰি নমস্কাৰ ॥
কালজিত চলিলেক লক্ষ্মণ সহিতি।
চতুৰঙ্গ সেনাগণ অসংখ্য পদাতি ॥ ৩৩৩৪৩
মত্ত হস্তীগণ চলে সুৱৰ্ণে মণ্ডিত।
পতাকা উপৰে শ্বেত চামৰে বেষ্টিত ॥
ঘোৰাসব চলি যায় বায়ুসম গতি।
সৈন্যসব চলি যায় কতো ভূমি গতি ॥ ৩৩৩৪৪
দিব্য ৰথ অসংখ্য বিচিত্র দণ্ডধ্বজ।
শৰ ধনু হাতে ধৰি যুজিবাক সাজ ॥
অগৰু চন্দনে লেপি সৰ্ব্ব কলেৱৰ।
কৱচ কুণ্ডল তনু অতি মনোহৰ ॥ ৩৩৩৪৫
চলিলা অসংখ্য সেনা অযোধ্যা পুৰীৰ।
সুৱৰ্ণ চম্পক মালা মণ্ডিত শৰীৰ ॥
ৰথত চলিয়া সবে চলিল সত্বৰে।
ধনুৰ্গুণ দিয়া চলে আটোপ টঙ্কাৰে ॥ ৩৩৩৪৬
সৈন্য পদভৰে মহী কৰে টলবল।
ধূলা বৃষ্টি অন্ধকাৰ গগন মণ্ডল ॥
অষ্টঘোৰা ৰথখান সত্বৰে সজাইলা।
হীৰামণি মৰকত ৰথত জুৰিলা ॥ ৩৩৩৪৭
ধ্বজ দণ্ডে আৱৰিলা কণক কলস।
সুৱৰ্ণ পতাকা উৰে দেখিতে ৰূপস ॥
মুক্তামালা শোভা কৰে ঘোটকৰ গ্ৰীৱে।
উৰো উৰো কৰে ৰথ গগনত ডেৰে ॥ ৩৩৩৪৮
মুনিগণ সাত মাৰ নমস্কাৰ কৰি।
চলিলা লক্ষ্মণ বীৰ হাতে ধনু ধৰি ॥
দুন্দুভি বজাৱে ঢোল আফালে সঘন।
বিদ্যুত সঞ্চাৰে সৈন্য কৰিলা গমন ॥ ৩৩৩৪৯
বজাৱে নানান বাদ্য জয় জয় বাদ।
দক্ষিণত শৃগালে কৰিলা ঘোৰ নাদ ॥
শগুন শগুনী উৰে মাথাৰ উপৰ।
উল্কা পৰিল আসি ধ্বজৰ উপৰ ॥ ৩৩৩৫০
শশা মৃগ বনচাৰী ভৈলন্ত সুমুখী।
দক্ষিণত পৰিল মাৰ্জ্জাৰ নামে পক্ষী ॥
খাল বিল এৰাইলা যে সাগৰ সমস্ত।
এৰাইলা দুৰ্গম স্থান নিকুঞ্জ দুৰন্ত ॥ ৩৩৩৫১
ভূমি পদগতি কতো আকাশত গতি।
খড়্গাচৰ্ম্ম ধৰি যায় অসংখ্য পদাতি ॥
নীলগিৰি সম যায় হস্তী ঘোৰা ৰথ।
ঘণ্টা বাদ্য শুনি সবে বুদ্ধি হৰে হত ॥ ৩৩৩৫২
আসয় অনেক সেনা আতি ভয়ঙ্কৰ।
লেখি অন্ত নপায় তাৰ অগম্য সাগৰ ॥
লৱে বোলে দদা তুমি চিন্তা পৰিহৰ।
তৃণৱত দেখো সেনা পেশো যমঘৰ ॥ ৩৩৩৫৩
সৈন্যৰ মস্তকে পূজিবোহো দেৱীচণ্ডী।
ভৰিব সমৰ পুৰী দৈৱে নাহি খণ্ডি ॥
সমুদ্ৰক ঋষি যেন কৰিলেক পান।
সমুদ্ৰ সমান সেনা কৰো খান খান ॥ ৩৩৩৫৪
ধনুশৰ লৈয়া দাদা কৰিবো ৰণক।
বিলম্ব নকৰা দদা আৰম্ভা ৰণক ॥
ধনুশৰ নাহি মোৰ তোমাৰ গোচৰ।
অৱশ্যে কৰিবো দদা দুৰ্ঘোৰ সমৰ ॥ ৩৩৩৫৫
এহিবুলি তুতিনতি কৰে দুইজন।
ধনুশৰ মাগে দুয়ো কৰিয়া স্তৱন ॥
সূৰ্য্যদেৱ তযু পদে কৰো নমস্কাৰ।
ব্ৰহ্মাণ্ড উপৰে তুমি কৰা অধিকাৰ ॥ ৩৩৩৫৬
সংসাৰৰ চক্ষু তুমি সবাৰো বিকাৰ।
সুপ্ৰকাশ হোৱা যদি জগত আধাৰ ॥
তোমাত ভজিলে হৰে ৰোগৰ উদ্ধাৰ।
সহস্ৰ কিৰণ প্ৰভু পালক সংসাৰ ॥ ৩৩৩৫৭
তোমাৰ চৰণে প্ৰভু ৰাখিয়ো আমাক।
প্ৰণামো ভাস্কৰ সূৰ্য্য দীননাথ অৰ্ক ॥

সংসাৰ কাৰণ তুমি সংসাৰ কল্পান্ত।
চাৰিবেদ ইতিহাস তুমি মূৰ্ত্তিমন্ত ॥ ৩৩৩৫৮
প্ৰধান পুৰুষ তুমি ধাৰ্মিক পুৰাণ।
ব্ৰহ্মা বিষ্ণু শিৱ তুমি ত্ৰিদশৰ জ্ঞান ॥
তুমি ধাতা তুমি কৰ্ত্তা তুমি সৰস্বতী।
জল স্থল শূন্য তুমি তুমি বসুমতী ॥ ৩৩৩৫৯
তুমি ইন্দ্ৰ তুমি চন্দ্ৰ তুমি দেৱগণ।
তুমি সপ্তলোক পালা তুমিসে পৱন ॥
মৎস্য কূৰ্ম্ম আদি কৰি দশ অৱতাৰ।
সপ্তম পাতাল তুমি সপ্তম সাগৰ ॥ ৩৩৩৬০
ভক্তি কৰি যি সকলে কৰয় স্মৰণ।
তোমাৰ চৰণে মাগো দিয়া ধনুৰ্বাণ ॥
লৱকুশ দুইভাই তযু পদে গতি।
ধনু নাহি যুজিবাক বৈৰীৰ সহিতি॥ ৩৩৩৬১
কুশ লৱ স্তুতিত যে তুষ্ট ভৈলা ভানু।
অক্ষয় অব্যয় দুইকো দিলা দিব্য ধনু ॥
টোণ ধনু লৈয়া বোলে শুনিয়ো ককাই।
পূৰ্বে মুনি মূলমন্ত্ৰ কৈছে মোৰ ঠাই ॥ ৩৩৩৬২
এহি মন্ত্ৰ জপি যেই চিন্তয় ভাস্কৰ।
সেই বাঞ্ছা সিদ্ধি হৱে বাঞ্ছে যেই বৰ ॥
এহিবুলি দুইভাই লৈলা ধনুবাণ।
কঠিন কঠোৰ বজ্ৰ লোহাৰ সমান ॥ ৩৩৩৬৩

লক্ষ্মণৰ লগত লৱ-কুশৰ ৰণ

ক্ৰোধ কৰি দুই ভাই লৈলা ধনুৰ্ব্বাণ।
অগনি পশিলা যেন শুখান কানন ॥
চৰে বোলে লৱ বীৰ দেখা বিদ্যমান।
দুই শিশু বসি আছে অসুৰ সমান ॥ ৩৩৩৬৪
দুই শিশু দেখা যেন দুই কাল সাপ।
নাহি কোন বীৰ দেখা দুৰ্জ্জয় প্ৰতাপ ॥
সৈন্য সব আদেশিল কুমাৰ লক্ষ্মণ।
কালজিত আদেশিলা কৰিবাক ৰণ ॥ ৩৩৩৬৫
মুনিপুত্ৰ ধৰিবাক বেঢ়ি চতুৰ্ভিত।
বন্দী কৰি ধৰি আক আনিয়ো ত্বৰিত ॥
লক্ষ্মণৰ বাক্যে সৈন্য ধাইলা ধনু ধৰি।
শৰবৃষ্টি কৰে সৈন্যে দুহাকো আবৰি ॥ ৩৩৩৬৬
দাৰুণ সমৰ ঘোৰ সহে বীৰ ভাগে।
ভয়ে পলাই গলা সবে লক্ষ্মণৰ আগে ॥
দেখি কালজিতক যে আদেশে লক্ষ্মণে।
বিবৰ্ত্তিয়া দেই সৈন্য কৰিবাক ৰণে ॥ ৩৩৩৬৭
কালজিতে সৈন্য বিবৰ্ত্তিলা জনে জন।
সহস্ৰ কুঞ্জৰ দিলা সমৰে দাৰুণ ॥
দশ ৰথ দিলা এক হস্তী ৰাখিবাৰ।
এক ৰথে শত ঘোৰা দিলেক দুৰ্ব্বাৰ ॥ ৩৩৩৬৮
দশ ধনু দিলা এক ঘোৰাৰ সমুখে।
দশ পদাতিয়ে এক ধানুকীক ৰাখে ॥
হেনমতে সৈন্য নিয়োজিলা কালজিতে।
মুনিপুত্ৰে বেঢ়িয়া ৰাখিলা চাৰিভিতে ॥ ৩৩৩৬৯
মেঘ সম গৰ্জ্জন কৰিয়া ডাক দিলা।
যুগান্তকালৰ যেন প্ৰলয় মিলিলা ॥
মুদগৰ মুষল শেল এৰে ক্ষুৰ শাণ।
কুনি শকুৱাৰ ভিণ্ডি বানক বজ্ৰ বাণ ॥ ৩৩৩৭০
পৰশু পট্টিশ গদা টোমৰ দাৰুণ।
তূলাক দহয় খেদি যেন হুতাশন ॥
বিক্ৰমে বিশাল শিশু সীতাৰ নন্দন।
দাৰুণ বিষম সৈন্য সংহাৰে তেখন ॥ ৩৩৩৭১
চক্ষুৰ নিমিষে সবে কৰিলা সংহাৰ।
পৰিল সকলে সৈন্য নাহিকে নিস্তাৰ ॥
কোটি কোটি শৰ এৰে দুই ধনুৰ্গুণে।
বুকে বিদাৰিয়া পেশে যমৰ ভুৱনে ॥ ৩৩৩৭২
সতীৰ নন্দন বীৰে কৰে সিংহনাদ।
প্ৰলয়ৰ মেঘ যেন গৰ্জ্জয় বিষাদ ॥
ত্ৰাস পালা বীৰগণে শুনি ঘোৰ ধ্বনি।
ভয়ে চক্ষু উলটাইলা সকলে ৰাহিনী ॥ ৩৩৩৭৩
এৰিলা গৰ্দ্দভ অস্ত্ৰ সীতাৰ তনয়।
তৃণৱত কৰি শৰে কৰিলা প্ৰলয় ॥

শতে শতে অযুতে নিযুতে এৰে বাণ।
শিৰ উৰু কবচ কৰিলা খান খান ॥ ৩৩৩৭৪
পঞ্চশৰ এৰিয়া কাটয় লক্ষে লক্ষ।
যম সম দুইবীৰ ৰণে মহা দক্ষ ॥
শত শৰে ৰথী ৰথ গজ অশ্বসেনা।
ধ্বজ ছত্ৰ চামৰ কাটয় বীৰ নানা ॥ ৩৩৩৭৫
অচলা পৰ্ব্বত সম কাটে গজ সৈন্য।
সেনা গজ বাজী সবে কাটে অন্যো অন্য ॥
শূলে হানি পাৰে সবে ধৰণী উপৰে।
পাখা কাটি গিৰি যেন পাৰে পুৰন্দৰে ॥ ৩৩৩৭৬
পাখা ছেদ ভৈলা যেন সুমেৰু পৰ্ব্বত।
সিংহৰ বিক্ৰমে ফুৰে নিৰ্ভয় ৰণত ॥
দেখিয়া নিৰ্ভয় ভৈলা অসংখ্যাত সৈন্য।
কুশ নেদেখিয়া তেবে ভৈলন্ত বিমন ॥ ৩৩৩৭৭
আকুলিত মন কৰি চাহে চতুৰ্ভিত।
লৱকুশ দুইকো দেখি ভৈলন্ত কোপিত ॥
লৱণৰ মাতুল যে ৰুধিৰাক্ষ নাম।
মহাবলৱন্ত বীৰ ৰণে অনুপাম ॥ ৩৩৩৭৮
দেখি লৱে তৰ্জ্জিয়া গৰ্জ্জিয়া বোলে বাক।
মোৰ হাতে নেৰাইবিহি খানিতেক থাক ॥
এহিবুলি চক্ৰ লৈয়া উঠিলা আকাশে।
ৰাহুৱে ধৰিয়া যেন চন্দ্ৰ সূৰ্য্য গ্ৰাসে ॥ ৩৩৩৭৯
হুঙ্কাৰ কৰিয়া চক্ৰ এৰে পাক দিয়া।
অন্তৰীক্ষে মাথা তাৰ পেলাইলা কাটিয়া ॥
ঝটত্কাৰ কৰি শিৰ পৰিল তাহাৰে।
চক্ৰৰ আঘাতে বীৰ পৰিল সমৰে ॥ ৩৩৩৮০
ৰুধিৰাক্ষ পৰিল যে পৰ্ব্বতৰ প্ৰায়।
দেখিয়া বিস্ময় বীৰ ভূমিত লোটয় ॥
চক্ৰহাতে আকাশে আছয় লৱবীৰ।
ত্ৰাস পায়া বীৰ সমে কাম্পয় শৰীৰ ॥ ৩৩৩৮১
সৈন্যসব ৰথে থাকি পৌৰুষ ত্যজিল।
ভয় পাই মাথে কেৰ চৰ্ম্মে আৰোহিল ॥
কেহো কেহো ভৈল মত্ত হস্তীৰ আকাৰে।
ভয় পাই সেনাগণ জাম্প দিয়া পৰে ॥ ৩৩৩৮২
ধনুৰ্ব্বাণ লৈয়া বীৰ নামিলা ভূমিত।
দেখিয়া লৱক সেনা পলাৱে ত্বৰিত ॥
দশ বীৰ মাৰিলেক সমুখ সমৰে।
কবচ কিৰীটি সমে হাক্তে ধনুশৰে ॥ ৩৩৩৮৩
অঙ্গ মাৰে খণ্ড খণ্ড দুই মহাবীৰ।
সৰ্ব্ব ধৰ্ম্ম জিতেন্দ্ৰিয় পুণ্য মহাধীৰ ॥
সুবেশ প্ৰকাশ বীৰ সিংহ বজ্ৰমুখ।
কালকেতু চন্দ্ৰমণি এহি শিলামুখ ॥ ৩৩৩৮৪
মহা সিন্ধুজিত ক্ৰোশ সুধন্বা দুৰ্জ্জয়।
এহি দশ বীৰ ভৈলা সমৰে নিৰ্ভয় ॥
দশ শৰ একে বাৰে হানে দশবীৰ।
সন্ধানে হানিলা লৱ বীৰৰ শৰীৰ ॥ ৩৩৩৮৫
শৰঘাৱে জৰ্জ্জৰিত তেজ বহে ধাৰে।
লোহাৰ মুষল লই ধাইলা মহাবীৰে ॥
মাৰিলা সমৰে লৱে এই দশবীৰ।
ভূমিত পৰিলা সবে এই দশবীৰ ॥ ৩৩৩৮৬
দশবীৰ মাৰিয়া কৰিলা সিংহনাদ।
লক্ষ্মণে দেখিলা তেবে মিলিলা প্ৰমাদ ॥
পুনৰপি সৈন্যত পশিলা বীৰবৰ।
হস্তীগণ মধ্যত যে পশিলা কেশৰ ॥ ৩৩৩৮৭
তূলাৰ মধ্যত যেন অনল পশিলা।
সেহিমতে সৰ্ব্ব সৈন্যে লৱক বেঢ়িলা ॥
অযুতে নিযুতে শৰ কৰে বৰিষণ।
বায়ুক নিৰোধ কৰি ঢাকিলা গগন ॥ ৩৩৩৮৮
দেখি কোপে লৱ বীৰে অৰ্দ্ধচন্দ্ৰ জুৰি।
শৰ নিবাৰিয়া পাচে সৰ্ব্ব সৈন্য মাৰি ॥
নিমিষে কৰিলা ছন্ন মাৰি সেনাগণ।
মত্তগজে বিনাশিলা যেন কলবন ॥ ৩৩৩৮৯
হস্ত পদ উৰু শিৰ কাৰো মধ্যদেহ।
খণ্ড খণ্ড কৰিয়া যে কাটিলা নিশেষ ॥
ৰথী ৰথ গজ বাজী ধ্বজ ছত্ৰদণ্ড।
ৰুধিৰে বহয় নদী পৰম প্ৰচণ্ড ॥ ৩৩৩৯০
মুণ্ডসব ভাসে যেন শৰতৰ শশী।
ইহাক দেখিয়া ৰঙ্গে লৱ কুশে হাসি ॥

হেন দেখি লক্ষ্মণ অগনি হেন জ্বলে।
বায়ুৰ বেগত যেন সমুদ্রে আকলে ॥ ৩৩৩৯১
সিংহনাদ কৰিয়া ধনুত শৰ জুৰি।
শৰঘাৱে লক্ষ্মণ কাম্পয় থৰথৰি ॥
পুনৰপি কুশ বীৰে বোলে থাক থাক।
এহি বুলি লৱ বীৰে দিলা শৰজাক ॥ ৩৩৩৯২
অৰ্দ্ধচন্দ্রে ৰথখান কৰি খান খান।
অষ্ট ঘোৰা ৰথখান লৈলন্ত পৰাণ ॥
আন ৰথে চৰিলেক সুমিত্রানন্দন।
কুশক লাগিয়া কৈলা বাণ বৰিষণ ॥ ৩৩৩৯৩
তেবে কুশে হাসিয়া এৰিলা পাঞ্চ বাণ।
মাথাৰ মুকুট মালা কৈলা খান খান ॥
মুকুট কাটিয়া শিৰ ললাটে ভেদিলা।
যেন মত্তসিংহে গজকুম্ভ বিদাৰিলা ॥ ৩৩৩৯৪
কপালে ৰুধিৰ বহি শৰীৰ তিতিল।
অশোক কিংশুক যেন বসন্তে ফুলিল ॥
শান্ত হুয়া লক্ষ্মণে এৰিলা দশ বাণ।
কুশৰ মুকুট কাটি কৈলা খান খান ॥ ৩৩৩৯৫
হৃদি মধ্যে প্রবেশিলা বাণ দৃঢ়তৰ।
কৱচ মুকুট কাটি প্রহাৰয় শৰ ॥
বজ্র গিৰি শৃঙ্গ সম যেন পৰে খসি।
জলয় মুকুট যেন পূৰ্ণিমাৰ শশী ॥ ৩৩৩৯৬
ডাকি বোলে কুশ বীৰে দেৱ অৱতাৰ।
কৱচ কাটিয়া মোৰ গুচাইলাহা ভাৰ ॥
এত উপকাৰ তোৰ কৰিবো নিশ্চয়।
সৈন্য কাটি আগে তোৰ মই কৰো ক্ষয় ॥ ৩৩৩৯৭
এহি বুলি অগ্নি দেৱ স্মৰিলেক মনে।
অগ্নিমন্ত্র মনে মনে জপে অগ্নিবাণে ॥
লক্ষে লক্ষে কণা উঠে গগন মণ্ডলে।
অগ্নিবাণে পুৰি মাৰে লক্ষ্মণৰ দলে ॥ ৩৩৩৯৮
ৰথী ৰথ গজ বাজী চতুৰঙ্গ দলে।
অগ্নিত ফৰিঙ্গা যেন মৰয় সকলে ॥
ধ্বজ ছত্র দণ্ড বস্ত্র সব অলঙ্কাৰ।
অগ্নিত পুৰিয়া সবে কৰয় সংহাৰ ॥ ৩৩৩৯৯

কৱচ আঙ্গাৰ ভৈলা সবে গেলা চৰ।
অগ্নিয়ে পুৰিয়া সবে কৰে থৰফৰ ॥
ৰথ ধ্বজ কৱচ সকলে ভৈলা ছাই।
মুকুট কুণ্ডল পোৰে একোৱে নেৰায় ॥ ৩৩৪০০
চামৰ গাৱৰ ঘণ্টা চৰ্ম্ম বাদ্য যত।
অনলে পুৰিয়া ভস্ম কৰয় সমস্ত ॥
সৈন্যৰ দুখক দেখি লক্ষ্মণ কুমাৰ।
হানিলা বৰুণ বাণ এৰিলা অপাৰ ॥ ৩৩৪০১
অগনি নিমাইলা পাচে কুশেয়ো দেখিলা।
বায়ুবাণ মাৰি সবে সৈন্যক উৰাইলা ॥
বৰ বৰ হস্তী হয় উৰিয়া পৰয়।
সৈন্যৰ উপৰে পৰি সবে চূৰ্ণ হয় ॥ ৩৩৪০২
কালজিতে বোলে শুন কুমাৰ লক্ষ্মণ।
মুনিপুত্রে আইলা দেখা প্রবেশিলা ৰণ ॥
যাৱত মুনিয়ে আসি নপায় তাক লাগ।
তাৱত মাৰিয়া পেশো সমৰৰ আগ ॥ ৩৩৪০৩
এহি বুলি কালজিতে ধাইল ক্রোধ কৰি।
বিপৰীত বেশ যে হাতত ধনু ধৰি ॥
কুশক ডাকিয়া বোলে শুনৰে ছৱাল।
সৈন্য মাৰি নিয়া তই হুয়া যমকাল ॥ ৩৩৪০৪
তোৰ মাথা কাটি মই পূজিবো ধৰণী।
মাংস যেন ভুঞ্জে তোৰ শগুণ শগুণী ॥
হাসি বোলে কুশ বীৰে শুনৰে বৰ্ব্বৰ।
সমৰে পশিলে বীৰ ব্যক্ত হৈব তোৰ ॥ ৩৩৪০৫
যি মুখে কৰিলা নিন্দা ফল পাবা তাৰ।
জিহ্বাক কাটিবো আগে কৰিবো সংহাৰ ॥
এহি বুলি অৰ্দ্ধচন্দ্র জুৰিলা ধনুত।
শৰ এৰি জিহ্বা তাৰ কাটিলা মুখত ॥ ৩৩৪০৬
মুখ হন্তে তেজ পৰে ভৰিয়া শৰীৰ।
হেন দেখি যত বীৰ মুহিকয় থিৰ ॥
কোপ কৰি কুশ বীৰে অৰ্দ্ধচন্দ্র এৰে।
কালজিত সেনাপতি মাথা কাটি পাৰে ॥ ৩৩৪০৭
কালজিত মৰি গৈলা ধাইলন্ত লক্ষ্মণ।
দশ শৰে ভেদিলেক কুশৰ বদন ॥

সাততাল পৰ্ব্বত ভেদিলা যেহি বাণে।'
সেহি শৰে ছৱালক ভেদিলা লক্ষ্মণে ॥ ৩৩৪০৮
নিৰ্ভয়ে ভেদিলা গৈয়া কুশৰ হৃদয়।
শৰ ঘাৱে কুশবীৰ ভৈলা অগ্নিময় ॥
শক্তি গদা তোমৰ নানান বাণ হানে।
কুশ বীৰে সকলোকে কাটি তেতিক্ষণে ॥ ৩৩৪০৯
হানিলা নৰাচ বাণ সিংহনাদ কৰি।
আকাশে চলয় বাণ বিদ্যুত সঞ্চাৰি ॥
লক্ষ্মণৰ মৰ্ম্মস্থানে হৃদয়ে পশিলা।
মৰ্ম্মঘাৱ এৰি বীৰ মুষল এৰিলা ॥ ৩৩৪১০
ইন্দ্ৰজিত অতিকায় মাৰিলা যি বাণে।
সেহি বাণ কুশক মাৰিলা কোপ মনে ॥
পাঞ্চ শৰে কুশে তাক কৰি খান খান।
নৈলন্ত নৰাচ কুশে অগনি সমান ॥ ৩৩৪১১
হুঙ্কাৰ কৰিয়া বীৰে বাণক এৰিলা।
লক্ষ্মণৰ হিয়ে বজ্ৰ সম যে ভেদিলা ॥
হৃদয়ে ভেদিয়া বাণ পিঠি বাজ ভৈলা।
সৰ্প অজাগৰ বাণ যেনমতে গৈলা ॥ ৩৩৪১২
আকাশৰ চন্দ্ৰ যেন পৰিল খসিত।
ৰথ হন্তে মহাবীৰ পৰিল ভূমিত ॥
মুখে তেজ বাজ ভৈলা জলকে জলকে।
শ্বাস মাত্ৰ শৰঘাৱে আছে পৰি বুকে ॥ ৩৩৪১৩
বিগলিত বসন কুণ্ডল ধূলি লোটে।
প্ৰাণক ত্যাজিয়া বীৰ মুখে তেজ উঠে ॥
খড়্গ চৰ্ম্ম ধৰি লৱ ধাইলন্ত সত্বৰি।
বজ্ৰ লৈয়া ধাৱে বীৰ মহাকোপ কৰি ॥ ৩৩৪১৪
হস্তী হয় লৱক বেঢ়িলা চাৰি ভিত।
দেখি লৱ বীৰ ধাইলা ভৈলন্ত কোপিত ॥
খড়্গৰ প্ৰহাৰে যেন কুম্ভয়ে দুখান।
ৰথী ৰথ ছন্ন কৰে তিলৰ প্ৰমাণ ॥ ৩৩৪১৫
গজ বাজী পদাতিক কৰয় সংহাৰ।
কুশ বীৰ লৱক যে কৰিলা উদ্ধাৰ ॥
অৱশেষ যত বীৰ মাৰিলা আপাৰ।
দাৰুণ সমৰে কেৱে নভৈলা উদ্ধাৰ ॥ ৩৩৪১৬

লক্ষ্মণৰ পৰাজয় সংবাদত শ্ৰীৰামচন্দ্ৰৰ উত্তেজনা

ৰণ জিনি দুই ভাই গৈলা কলবনে।
স্নান কৰি ফলমুল খাইলা ৰঙ্গ মনে ॥
জৈমিনী বদতি কথা শুনা জন্মেজয়।
কুশ লৱে কৰিলা লক্ষ্মণ পৰাজয় ॥ ৩৩৪১৭
দাৰুণ সমৰে যেই এৰাইলা পৰাণে।
বাৰ্ত্তা জনাইবাক গৈলা শ্ৰীৰামৰ স্থানে ॥
যজ্ঞগৃহে বসি আছে কমললোচন।
হেন কালে চৰে গৈয়া কহিলা কথন ॥ ৩৩৪১৮
ভৰতে বোলয় আৰ নাহিল লক্ষ্মণ।
দুই শিশু মাৰিলা কৰিয়া ঘোৰৰণ ॥
মুনিপুত্ৰ হুয়া ঘোৰা ধৰে কি কাৰণ।
বিশেষ মাৰিছে ভাই বীৰ শত্ৰুঘন ॥ ৩৩৪১৯
তাহাঙ্ক বধিবে গৈলা লক্ষ্মণ কুমাৰ।
ত্ৰিভুৱনে নাহি বীৰ জিনিবে তাহাৰ ॥
ৰাক্ষস মাৰিয়া যেই জিনি আছে লঙ্কা।
বৰ বৰ বীৰগণে দেখি কৰে শঙ্কা ॥ ৩৩৪২০
যদ্যপি নাসিল বীৰ শত্ৰুঘন লৈয়া।
ভাল চৰ পঠায়োক আসোক বুজিয়া ॥
ৰামে বোলে ভৰত শুনিয়ো উপদেশ।
লক্ষ্মণৰ উদ্দেশ্যে চৰ পঠাওঁ বিশেষ ॥ ৩৩৪২১
জীৱন্তে ধৰিয়া যেন ছৱালক আনে।
কাৰ বংশে জন্ম শিশু জানিবো আপুনে ॥
ফল মূল খায়া কেনে তাৰ হেন ৰণ।
কাহাৰ তনয় শিশু জানিবো কমন ॥ ৩৩৪২২
পৰপুত্ৰ ধৰি যেই স্নেহ কৰে যুদ্ধে।
ধন জন পুত্ৰ পৌত্ৰ বাঢ়য় সম্পদে ॥
ভাৰত ভূমিত মোৰ নভৈলা সন্ততি।
সতী হেন স্ত্ৰী তেবে ভৈলা পুত্ৰৱতী ॥ ৩৩৪২৩
পৰপুত্ৰ দেখি মোৰ দয়া উপজিলা।
কি কাৰণে দুই শিশু ধৰিয়া নানিলা ॥
কাৰ পুত্ৰ হৱে সেই কি তাৰ জননী।
মুনিপুত্ৰ বোলে সেই মনে অনুমানি ॥ ৩৩৪২৪

ইহেন আলাপে আছে কমললোচন।
হেনকালে চৰে আসি কহিলা বচন ॥
খণ্ড খণ্ড অঙ্গ ভৈলা তেজ বহে গাৱে।
মুখে মাত নাহি তাৰ কান্দনৰ ৰাৱে ॥ ৩৩৪২৫
দণ্ডৱত কৰি বোলে ভৈলা ঘোৰ ৰণ।
মোৰ বিদ্যমানে প্ৰভু পৰিলা লক্ষ্মণ ॥
মুনিপুত্ৰ দুহি দুই যেন যমকাল।
মনুষ্যৰ মূৰ্ত্তি নহে যমৰ ছৱাল ॥ ৩৩৪২৬
শৰবৃষ্টি কৰে যেন অগনি উথলে।
তেজে বীৰ্য্যে দুই শিশু অগ্নি হেন জ্বলে ॥
কুশ লৱ নামে দুয়ো যমজ কুমাৰ।
একেশ্বৰে জয় ভৈলা দুই সহোদৰ ॥ ৩৩৪২৭
শত্ৰুঘন লক্ষ্মণ যতেক গজ বাজী।
সকলে মাৰিলা লৱে ঘোৰ ৰণে সাজি ॥
একজন নেই তান দাৰুণ সমৰে।
কুশৰ সমৰে সবে গৈলা যমঘৰে ॥ ৩৩৪২৮
শোণিতে বহয় নদী সকলে ধৰণী।
তাহাতে ভসাইলা নিয়া সকলে বাহিনী ॥
অগ্নিবাণে পুৰিয়া কৰিলা ভস্মৰাশি।
দুই ভাই ৰণে ফুৰে যেন ৰবি শশী ॥ ৩৩৪২৯
পৰম সুন্দৰ শিশু বিষ্ণু অৱতাৰ।
ৰূপে গুণে দেখি যেন তনয় তোমাৰ ॥
লক্ষ্মণৰ বাৰ্ত্তা শুনি ভৈলন্ত মূৰ্চ্ছিত।
সিংহাসন হন্তে ৰাম পৰিলা ভূমিত ॥ ৩৩৪৩০
ভৰতে দেখিয়া পাচে তুলিলা ৰামৰে।
চেতন লভিয়া ৰামে কান্দে উচ্চৈস্বৰে ॥
কোথা চলি গৈলা ভাই প্ৰাণৰ লক্ষ্মণ।
মুনিপুত্ৰে কৈলা হেন এত বিৰম্বন ॥ ৩৩৪৩১
ত্ৰিভুৱন মধ্যে শিশু যাইব কোন ঠাই।
ত্ৰিশূলৰ ঘাৱে মাৰি ভাঙ্গিবো বৰাই ॥
ইন্দ্ৰজিত অতিকায় লঙ্কাৰ ৰাৱণ।
মাৰিয়া তাহাঙ্ক থৈলো যমৰ সদন ॥ ৩৩৪৩২
হেন ভাই প্ৰাণ দিলা ছৱালৰ বাণে।
অপবাদ অপকীৰ্ত্তি ৰৈল ত্ৰিভুৱনে ॥
শুনি কি বুলিব মোক সুমিত্ৰা যে আই।
মুনিপুত্ৰ সমৰে পৰিল দুইভাই ॥ ৩৩৪৩৩
জন্মে জন্মে হৌক মোৰ ৰাম পদে গতি।
তোমাৰ চৰণে মন থাকোক সম্প্ৰতি ॥
মোৰ মনে সততে নাছৰোক ৰাম নাম।
পৰম মুকুতি পাইবা বোলা ৰাম ৰাম ॥ ৩৩৪৩৪

গীত

ভাইৰে—

তোমাৰ সঙ্গতি কৰি জিনি আইলো লঙ্কাপুৰী
গাছে গিৰি বান্ধিয়া সাগৰ।
যত দুখ পালা বনে বনবাস মোৰ মনে
তৰাইলাহা বিপদ বিস্তৰ ॥ ৩৩৪৩৫
নেদেখিলো তয়ু মুখ ধৰিবে নপাৰো বুক
মজাইলা ই শোক সাগৰে।
আমাৰ ভকতি বীৰ দেৱ দৈত্য নহে থিৰ
যাৰ নামে ডৰে সুৰাসুৰে ॥ ৩৩৪৩৬
আমাৰ কৰ্ম্মৰ ফলে ঘোৰা লৈয়া গৈলা বনে
যজ্ঞ নষ্ট ভৈলা নাহি বাজী।
যাইবোহো আপুনি চলি আনো ছৱালক ধৰি
আচাৰিয়া মাৰো তাক আজি ॥৩৩৪৩৭
কহয় ভৱানীদাসে ভৰত চলিলা ৰোষে
শিশুক মাৰিয়া তান আন।
যাইবোহো বাল্মীকি পুৰী শিশুক আনিবো ধৰি
পাচে তাক কৰিবো পালন ॥ ৩৩৪৩৮

ভৰতৰ যুদ্ধযাত্ৰা আৰু পতন

ৰামে বোলে শুন ভাই ভৰত কোৱৰ।
মুনিপুত্ৰে যজ্ঞ নষ্ট কৰিলেক মোৰ ॥
দীক্ষিত যে হুয়াছো আমি যাইবাক যে নৰি।
দুই ভাইক আন গৈয়া দুই শিশু মাৰি ॥৩৩৪৩৯
প্ৰাণে নমাৰিবা শিশু আনিবা ধৰিয়া।
যজ্ঞকাৰ্য্য সিদ্ধি কৰা ঘোটক আনিয়া ॥

ৰামৰ আদেশে চলে ভৰত দুৰ্জ্জয়।
গজ বাজী সৈন্য চলে নাহিকে সংশয় ॥ ৩৩৪৪০
বীৰগণে পিন্ধিলেক নানা অলঙ্কাৰ।
কিৰীটি কুণ্ডল শোভে মণি মুক্তা হাৰ ॥
চতুৰঙ্গ দলে বলে চলয় সংগ্ৰামে।
বীৰগণে পিন্ধিলেক আতি অনুপমে ॥ ৩৩৪৪১
অগৰু চন্দন দিলা লেপিত সৰ্ব্বাঙ্গে।
বায়ুসম গতি কৰি চলে নানা ৰঙ্গে ॥
সেহিবেলা হনুমন্ত পৱননন্দন।
ৰামক প্ৰণামি বোলে বীৰ হনুমান ॥ ৩৩৪৪২
তোমাৰ বচনে গোসাই চলি যাওঁ ৰণে।
এক বাক্য বুলিবাক লৰে মোৰ মনে ॥
লক্ষ্মণ শত্ৰুঘন তোমাৰ সহোদৰ।
পৰাভৱ নাহি কাতো ত্ৰৈলোক্য ভিতৰ ॥ ৩৩৪৪৩
বামচক্ষু ফন্দে মোৰ চঞ্চলিত মন।
সংসাৰৰ নাথ তুমি দেৱ নাৰায়ণ ॥
নিষ্পাপ শৰীৰ তুমি সংসাৰ ভিতৰে।
তেবে কেনে ৰণে হাৰে দুই সহোদৰে ॥ ৩৩৪৪৪
একমাত্ৰ অধৰ্ম্ম যে হৈছে তযু পাশ।
বিনাদোষে সীতাদেৱী দিলা বনবাস ॥
এহি পাপে লিপ্ত হবে শুনা ৰঘুপতি।
সিকাৰণে দুৰ্ঘোৰ যে মিলিল বিপত্তি ॥ ৩৩৪৪৫
আমি কি বুলিম তযু তোমাৰ চৰণে।
সমস্তে আপুনি জানা এহি দোষ গুণে ॥
হেন শুনি ৰামৰ বিকল ভৈলা মন।
শোকাকুল ভৈলা মনে বিকল পৰাণ ॥ ৩৩৪৪৬
ৰামে বোলে হনুমান তোৰ সাধু বাণী।
যি কহিলা মোৰ মনে লৱয় আপুনি ॥
যতী সতী পতিব্ৰতা জনকনন্দিনী।
ব্ৰহ্মা আদিদেৱ গণে যাহাৰ সাখীনী ॥ ৩৩৪৪৭
পাপীষ্ঠ লোকৰ বাদে সীতাক বৰ্জ্জিলো।
আপুনাৰ দোষে মই আপুনি বুৰিলো ॥
গত অনুসাৰে বীৰ কিছুফল নাই।
সমৰত শিশু ধৰি আনিবা এঠাই ॥ ৩৩৪৪৮
সকলে কুশল যথা যাবা হনুমান।
ৰথে চৰি ভৰত যে কৰিলা প্ৰয়াণ ॥
সিংহনাদ দুন্দুভি বজাৱে ঢাক ঢোল।
অগাধ সাগৰে যেন প্ৰচণ্ড আস্ফাল ॥ ৩৩৪৪৯
আশেষ প্ৰতাপ কৰে কাম্পে বসুমতী।
জয় জয় শব্দ কৰে ভৰত নৃপতি ॥
নদী নদ খাল বিল সমুদ্ৰ তৰিলা।
চৰ সমে কদলীৰ বনে প্ৰবেশিলা ॥ ৩৩৪৫০
ভৰতে বোলয় চৰ কহ মোত বাৰ্ত্তা।
কৈত দুই ভাই শিশু আছে কৈত কথা ॥
ভৰত আদেশে চৰ গৈল ৰণস্থলি।
মুনিপুত্ৰ দুই দেখা তুলিয়া আঙ্গুলি ॥ ৩৩৪৫১
গজ বাজী ৰথ ৰথী আছয় পৰিয়া।
কত সৈন্য নিছে তেজনদীয়ে ভসায়া ॥
ভৰতে বোলয় শুন পৱননন্দন।
কৈত পৰি আছয় লক্ষ্মণ শত্ৰুঘন ॥ ৩৩৪৫২
সাগৰ চেৰায়া সীতা কৰি বিচৰণ।
তুমি হেন বীৰ নাহি ইতিনি ভুৱন ॥
শত্ৰুঘন লক্ষ্মণক কৰিয়ো বিচাৰ।
দুই শিশু মাৰি কৰো ঘোৰাৰ উদ্ধাৰ ॥ ৩৩৪৫৩
হনুমন্তে বোলে মই ডেৱালো সাগৰ।
সীতাক দেখিলো মই পুৰি বহু ঘৰ ॥
শ্ৰীৰাম সীতাৰ তেবে কৰিলো জয়তি।
বিমুখ কৰিলা ৰামে হেন সীতা সতী ॥ ৩৩৪৫৪
তাহান কাৰণে হৈল এতেক বিপত্তি।
মনত বিস্ময় লাগে দৈৱ মায়া গতি ॥
তোমাৰ আদেশে যাইবো কৰিতে সমৰ।
এহি বুলি চলিলেক পৱনকুমাৰ ॥ ৩৩৪৫৫
বিচাৰিয়া পাইলন্ত লক্ষ্মণ শত্ৰুঘন।
বাণে অঙ্গ ভেদি আছে নাহিকে চেতন ॥
শোণিতে মন্দিত তনু ধূলায় ধূসৰ।
উত্তৰ নেদয় দুয়ো ত্যজি কলেৱৰ ॥ ৩৩৪৫৬
উচিত বচন কহো শুনা দিয়া মন।
সীতাদেৱী বনবাস দিলা কি কাৰণ ॥

তাতেহে এতেক দুখ পাইলা দুই ভাই।
সতী কন্যা দুখ দিলে তাৰ ফল পায় ॥ ৩৩৪৫৭
আমাৰ বচন দেৱ নকৰিলা আন।
সীতা দুখে বিধাতায় দুইৰো লৈলা প্ৰাণ ॥
এহি বুলি উচ্চৈস্বৰে কান্দে হনুমন্তে।
দুই ভাইক দেখি মোহ পাইলন্ত ভৰতে ॥৩৩৪৫৮
অনুচৰ হাতে দিয়া গৈলন্ত ভৰতে।
দুই ভাইৰ তনু তুমি ৰাখা সুৰক্ষিতে ॥
ভৰতে বোলয় শুন বীৰ হনুমান।
দুই শিশু কৈক গৈল চাৱা বিদ্যমান ॥ ৩৩৪৫৯
এতেক দুৰ্গতি যেই কৰিছে সৈন্যকে।
তাক মাৰি তেজ আজি মাখো মোৰ বুকে ॥
মুনিপুত্ৰ নহে তাৰা হোৱয় ছৱাল।
কিবা দৈত্য দানৱ আইলা হুয়া যমকাল ॥ ৩৩৪৬০
শত্ৰুঘন লক্ষ্মণ যে বীৰ শিৰোমণি।
কেনে হেন পৰাজয় ভৈলন্ত নজানি ॥
হনুমন্তে বোলে আমি দেখিছো নয়নে।
ইন্দ্ৰজিত অতিকায় বধিছে লক্ষ্মণে ॥ ৩৩৪৬১
অনেক মাৰিলা বীৰ বহু নিশাচৰ।
হেনয় বীৰক মাৰে মুনিৰ কুমাৰ ॥
লক্ষ্মণৰ হেন দেখি মোৰ লাগে ডৰ।
বিধিৰ চৰিত্ৰে ফল ভুঞ্জে চৰাচৰ ॥ ৩৩৪৬২
ভৰতে বায়ুৰ সুতে মন্ত্ৰণা কৰিতে।
কুশ লৱ দুই ভাই মিলিলা ত্বৰিতে ॥
ধনু ধৰি দুই ভাই কৰে সিংহনাদ।
শুনি সৰ্ব্বলোকে বলে মিলিল প্ৰমাদ ॥৩৩৪৬৩
আকৰ্ণ পূৰিয়া কৰি দিলেক টঙ্কাৰ।
স্বৰ্গ মৰ্ত্ত্য পাতালত লাগি চমৎকাৰ ॥
দশ বাণ দুই বীৰে কৰিলা সন্ধান।
ৰথী ৰথ ধ্বজ বীৰে কৰে খান খান ॥ ৩৩৪৬৪
সূৰ্য্য অস্ত গৈলা দেখি প্ৰবেশ ৰজনী।
শৰবৃষ্টি অন্যো অন্যে কৰে হানা হানি ॥
আনো পৰিচয় কাকো নাহি নিশাকালে।
মত্ত হস্তী অঙ্গ ঘাৱে ৰথ ভাঙ্গে হেলে ॥ ৩৩৪৬৫
শৰঘাৱে অশ্ব মাৰি কৰে হিচা হিচি।
ধ্বজ ছত্ৰ পতাকা পৰয় খসি খসি ॥
ঘোৰাৰ উপৰে কৰে শৰৰ আঘাতে।
মহাবীৰ লৱে তেবে ধনু লৈলা হাতে ॥ ৩৩৪৬৬
ছেদিলা অনেক সেনা পৰিলা ভূমিত।
ধনু এৰি খড়্গ বীৰে লৈলন্ত ত্বৰিত ॥
খড়্গ লৈয়া ছেদিলন্ত গজ বাজী পদা।
ৰথসব ভাঙ্গিলেক প্ৰহাৰিয়া গদা ॥ ৩৩৪৬৭
মত্তহস্তী মুণ্ড তেবে চক্ৰে কাটি পাৰে।
কতো কতো গজ ধৰি দান্তক উভাৰে ॥
চক্ৰক হানিয়া গজকুম্ভ বিদাৰিল।
গজমুক্তা পৰি সবে মেদিনী পূৰিল ॥ ৩৩৪৬৮
হস্তী দন্তে চক্ৰ পৰি উঠে অগ্নি কণা।
সেহি অগ্নি পোৰে সবে ধ্বজ ছত্ৰ বীণা ॥
ধনু ধৰি সবে বীৰে শৰ এৰে টানি।
লীলায়ে কাটিলা বীৰে অসংখ্য বাহিনী ॥ ৩৩৪৬৯
শতে শতে সৈন্য মাৰে সমৰে দুৰ্ব্বাৰ।
হস্তী ঘোৰা পদাতিক কৰয় সংহাৰ ॥
শৰে শিৰ ছেদে কাৰো সমৰে দুৰন্ত।
কুঠাৰে কাটয় চক্ৰে কাটি কৰে অন্ত ॥ ৩৩৪৭০
সৈন্য মাৰি সিংহনাদ কৰয় ফোকাৰ।
কৰ্ণত মাৰিল তাল দেখে অন্ধকাৰ ॥
লৱৰ সংগ্ৰাম দেখি তুষ্ট দেৱগণ।
ধনু ধৰি কুশে তাতে ভৈলা উপসন ॥ ৩৩৪৭১
শতে শতে বাণ কাটে সহস্ৰে সহস্ৰে।
পদাতিক কাটে বীৰে লৈয়া খাণ্ডা অস্ত্ৰে ॥
লাম্ফ দিয়া উঠে বীৰ গগন মণ্ডলে।
হস্ত পদ কাটয় হস্তীৰ কুম্ভস্থলে ॥ ৩৩৪৭২
দুই ভাই সৈন্য সব কৰিলা নিশেষ।
খড়্গ লৈয়া আসে যেন কাৰ্ত্তিক গণেশ ॥
দেখিয়া ভৰত বীৰ কোপে জ্বলি গৈলা।
শৰ এৰি দুই ভাইৰ শৰীৰ ভেদিলা ॥ ৩৩৪৭৩
গগন মণ্ডল ঢাকিলেক শৰজালে।
দেখি লৱবীৰে শৰ কাটে কৌতুহলে ॥

দুইৰো শৰ আকাশত ছেদে অন্য অন্যি।
অন্য অন্যি শৰ ঠেকি উঠয় অগনি ॥ ৩৩৪৭৪
শৰঘাৱে দুহানৰ ভৈলা জৰ্জ্জৰিত।
দশোদিশে দীপ্তিময় দেখি আচম্বিত ॥
দুই শিশুৰূপ দেখি ভৰত বিস্ময়।
ৰামৰ আকাৰ দেখি তাহান তনয় ॥ ৩৩৪৭৫
একে কলেবৰ দুইৰো দুৰ্ব্বাদল শ্যাম।
শিশুকালে দুইভাই আছিলন্ত ৰাম ॥
সেহি চক্ষু সেহি বক্ষ সেহি হস্ত পদ।
ভিন্ন ভাব নাহি দেখি সেহি ধনুৰ্ব্বেদ ॥ ৩৩৪৭৬
তেজ বীৰ্য্য পৰাক্ৰম ৰামৰ সমান।
কুশে বোলে লৱ তুমি হোৱা সাৱধান ॥
চতুৰঙ্গ দলে আসে কৰিবাক ৰণ।
ঘোৰাক ৰাখিয়া তুমি থাকা কলবন ॥ ৩৩৪৭৭
এহিবুলি ধাৱে কুশ সমৰে প্ৰচণ্ড।
যম ৰাজা ধাৱে যেন লৈয়া কালদণ্ড ॥
কুশ বীৰ আইল দেখি ধাইলেক ভৰত।
মত্তগজ ধাইলা যেন সিংহৰ আগত ॥ ৩৩৪৭৮
ভৰত আসিলা দেখি কুশে গৈলা ধায়া।
মৰণৰ ভয় নাহি ভ্ৰাতৃক দেখিয়া ॥
দুই ভাই পৰি আছে দেখিয়ো গোচৰ।
মৃগ হুয়া ব্যাঘ্ৰ দেখি আসিল বৰ্ব্বৰ ॥ ৩৩৪৭৯
আপোন দেশক যাৱা ৰাখিয়া পৰাণ।
নুহি তোক বলি দিবো দিন অৱসান ॥
কুশ বাক্যে ভৰত কাম্পয় কোপ কৰি।
ঘৃত পায়া অগ্নি যেন উঠে কুণ্ড ভৰি ॥ ৩৩৪৮০
মুনিপুত্ৰ হুয়া মোক কৰ অহঙ্কাৰ।
ঘোৰা চুৰি কৰি গৰ্ব্ব বাঢ়িছে অপাৰ ॥
হিত পন্থ চিন্ত যদি আপুন কুশল।
ঘোৰা এৰি চলি যাৱা ছৱাল চঞ্চল ॥ ৩৩৪৮১
সহজে ব্ৰাহ্মণবধে অসংখ্য নৰক।
বিশেষে মুনিৰ পুত্ৰ ৰধিলে নৰক ॥
সিকাৰণে অপৰাধ ক্ষমিলো তোমাৰ।
মুনিপুত্ৰ হই কেনে হেন ব্যৱহাৰ ॥ ৩৩৪৮২
বিশেষে ছৱাল দেখি কৃপা ভৈলা মনে।
মাতা পিতা দেখা গৈয়া আমাৰ বচনে ॥
তপস্বী তোমাৰ মাৱ পুত্ৰ মাত্ৰ গতি।
তাক দেখা গৈয়া তুমি নহৱা দুৰ্ম্মতি ॥ ৩৩৪৮৩
মাৰত কহিবা তুমি এৰিলা ভৰতে।
যশ কীৰ্ত্তি আমাৰ ঘোষিব ত্ৰিজগতে ॥
এহি শুনি কোপিলেক কুশ মহামতি।
অঙ্কুশৰ ঘাৱে যেন পালটিল হস্তী ॥ ৩৩৪৮৪
সাত শৰ এৰিলেক ক্ৰোধ কৰি মনে।
ভৰতৰ হৃদয় ভেদিলা সাত বাণে ॥
তাক দেখি ভৰতে এৰিলা পাঞ্চশৰ।
কুশ বীৰে কাটিলেক আকাশ উপৰ ॥ ৩৩৪৮৫
গজ বাজী ৰথ ৰথী সকলে পৰিলা।
ধ্বজ ছত্ৰ পতাকা সকলে বিনাশিলা ॥
দেখিয়া ভৰত বীৰে ক্ৰোধে যে অপাৰ।
ভৰতে বোলয় তুমি কাহাৰ কুমাৰ ॥ ৩৩৪৮৬
তোক দেখি স্নেহ মোৰ ভৈলন্ত মনত।
নকৰো কপট শিশু সবে কহা তত্ব ॥
দুই শিশু দেখি মোৰ পৰাণ জুৰায়।
পৰিচয় দিয়া মোক মিছা নুজুৰায় ॥ ৩৩৪৮৭
হাসিয়া বোলয় কুশে শুনৰে কুবুদ্ধি।
কোন প্ৰয়োজনে তই হেন কথা সুধি ॥
মুনিৰ তনয় আমি কলবন ৰাখি।
দয়া উপজিল আৱে সৈন্য হত দেখি ॥ ৩৩৪৮৮
যেখনে আছিল তোৰ সকল বাহিনী।
আদেশিলা আমাক ধৰিয়া মাৰ প্ৰাণী ॥
দাৰুণ সমৰে যদি সৈন্য ভৈলা ক্ষয়।
ৰণত কাতৰ হুয়া চাৱা পৰিচয় ॥ ৩৩৪৮৯
দেশে যদি যাৱা তেবে দিবো প্ৰাণদান।
সমৰে আসিলে পুনু হৰাইবা পৰাণ ॥
শুনিয়া ভৰত পাচে ক্ৰোধত কাম্পিলা।
শৰবৃষ্টি কুশৰ শৰীৰ আৱৰিলা ॥ ৩৩৪৯০
বায়ুবাণে কুশে শৰ আকাশে উৰাইলা।
অৰ্দ্ধচন্দ্ৰ বাণ গোট ধনুত যুৰিলা ॥

কালসৰ্প বাণগোট তীক্ষ্ণ ক্ষুৰ শান।
কঙ্ক পক্ষী পাখা দিয়া নিৰ্ম্মি আছে বাণ ॥৩৩৪৯১
অগৰু চন্দনে নিতে বাণ পূজা কৰে।
এৰিলেক বাণগোট পৱন সঞ্চাৰে ॥
হৃদয় পৰিয়া শৰ পিঠি ভৈলা বাইৰ।
মূৰ্চ্ছা যায়া পৰিলেক ভৰত কুমাৰ ॥ ৩৩৪৯২
চাৰি শৰে চাৰি ঘোৰা সত্বৰে কাটিলা।
ধ্বজ ছত্ৰ পতাকা সকলে বিনাশিলা ॥
ভূমিত পৰিলা বীৰ ৰুধিৰে মণ্ডিত।
শ্বাস মাত্ৰ আছে তান জ্ঞান বিবৰ্জ্জিত ॥ ৩৩৪৯৩
ভৰত পৰিলা দেখি বীৰ হনুমান।
উভাৰিয়া লৈলা বীৰে গিৰি শৃঙ্গখান ॥
এৰিলা পৰ্ব্বত গোট পৱনকুমাৰ।
আকাশে উৰায়া আসে দেখি চমৎকাৰ ॥ ৩৩৪৯৪
পৰ্ব্বত দেখিয়া বীৰে এৰে পাঞ্চবাণ।
আকাশে পৰ্ব্বত কাটি কৈলা খান খান ॥
দেখি শালবৃক্ষ গোট এৰে হনুমন্ত।
কুশে তিনিবাণে কাটি কৰিলেক অন্ত ॥ ৩৩৪৯৫
হনুমানে পৰ্ব্বত তুলিলা কোপ কৰি।
দুই যোজনৰ পথ জুৰি আসে গিৰি ॥
তিনিশৰে কুশে কাটি আটি ভয়ঙ্কৰে।
মহাকোপে শিলাসব কপি বৃষ্টি কৰে ॥ ৩৩৪৯৬
বায়ুবেগে আকাশত কাটে কুশ বীৰে।
বৃক্ষ গিৰি বৰিষয় কুশৰ উপৰে ॥
সকলোকে ছেদিলন্ত হানি পাঞ্চ শৰে।
সিংহ প্ৰায় বৃক্ষ গোট পৰ্ব্বত আকাৰে ॥ ৩৩৪৯৭
উপাৰিয়া লৈলা বীৰে পৰ্ব্বতৰ শৰে।
বায়ুবেগে আসে শৰ কুশৰ উপৰে ॥
কুশে তাক কাটিলেক ভিণ্ডীপাল শৰে।
বায়ুবেগে ধাৱে বায়ুসুত বীৰবৰে ॥ ৩৩৪৯৮
উপাৰিয়া লৈলা বীৰে পৰ্ব্বত পাথৰে।
মহাকোপে হনুমন্ত জ্বলে দিবাকৰে ॥
ধৰণী কাম্পয় হনুমন্ত বীৰ ধাৱে।
শাল তাল নানা তৰু কোপে বৰিষয়ে ॥ ৩৩৪৯৯

কোপে হনুমন্তে পাচে কৰি মহা খঙ্গ।
উপাৰিয়া তুলিলা দাৰুণ গিৰি শৃঙ্গ ॥
এৰিলা পৰ্ব্বত খান কৰিয়া হুঙ্কাৰ।
আকাশৰ পথে আসে শিশু মাৰিবাৰ ॥ ৩৩৫০০
হনুমন্তে শিশু বধ অভিলাষ মনে।
জাম্প দিয়া হনুমান উঠিলা গগনে ॥
হেন দেখি কুশ বীৰে এৰে বজ্ৰবাণ।
মৰ্ম্মস্থানে পৰিলেক পৰে হনুমান ॥ ৩৩৫০১
ইন্দ্ৰবজ্ৰঘাৱে যেন পৰিলা পৰ্ব্বত।
মুখে তেজ স্ৰাৱিয়া পৰিলা হনুমন্ত ॥
অচেতন হুয়া বীৰ পৰি মহীতলে।
সপ্তযে সাগৰ পৃথি কাম্পে জলস্থলে ॥ ৩৩৫০২
ৰণ জিনি দুই ভাই আনন্দিত মন।
স্নান কৰি ফলমুল কৰিলা ভোজন ॥
ধনুশৰ কৱচ এৰিলা ৰণসাজ।
পঞ্চবন ভাঙ্গি যেন তুষ্ট ভৈলা গজ ॥ ৩৩৫০৩

শ্ৰীৰামচন্দ্ৰৰ ৰণযাত্ৰা আৰু লৱকুশৰ হাতত পৰাস্ত

পৰিল ভৰত যদি দাৰুণ সমৰে।
ভগ্ন সৈন্য চলি যায় ৰামৰ গোচৰে ॥
বাণ খাই খণ্ড খণ্ড ভৈলা কলেৱৰ।
ৰুধিৰে মণ্ডিত তনু ধূলায়ে ধূসৰ ॥ ৩৩৫০৪
কৰযোৰে কহিলেক ৰামৰ গোচৰে।
বোলে ৰণে পৰিলেক ভৰত কুমাৰে ॥
দুই কুমাৰৰ বাণ অগনি সমান।
সৈন্যসব পৰিলেক বীৰ হনুমান ॥ ৩৩৫০৫
মুনিপুত্ৰ নোহে দুই দাৰুণ ছৱাল।
মায়াৱন্ত হুয়া আইলা দুই যমকাল ॥
বিধিৰ চৰিত্ৰ গোসাই নপাৰি কহিতে।
একোজন নেৰাইলেক দাৰুণ ৰণতে ॥ ৩৩৫০৬
শত্ৰুঘন লক্ষ্মণ ভৰত হনুমান।
যাৰ শৰে দেৱাসুৰ হৱে কম্পমান ॥
হেন বীৰ পৰিলেক দুই শিশু বাণে।
কোন দৈৱযোগে ঘোৰা গৈলা কলবনে ॥ ৩৩৫০৭

শুনিয়া মূৰ্চ্ছিত ভৈলা দুই শিশুৰণ।
তিনি ভাইৰ শোকাকুলে কৰন্ত ক্রন্দন ॥
হাহা ভাই লক্ষ্মণ ভৰত শত্রুঘন।
মোৰ বিদ্যমানে তোৰ ভৈলন্ত মৰণ ॥ ৩৩৫০৮
ভৰতৰ যত গুণ কহন নযায়।
ৰাজ্যভাৰ পায়া উপেক্ষিলা সমুদায় ॥
দণ্ডকাক গৈলা ভাই আমাৰ অন্তৰে।
সাতজনা মাতৃসঙ্গে মোক আনিবাৰে ॥ ৩৩৫০৯
চৰণে পৰিয়া ভাই কৰিলা কাকুতি।
অযোধ্যাক আসি গোসাই হয়ো নৰপতি ॥
মই বোলো পিতৃসত্য লঙ্ঘিতে নপাৰি।
চৈধ্যয় বৰিষ বনে নাৰী সঙ্গে কৰি ॥ ৩৩৫১০
আমাৰ নিষ্ঠুৰ বাণী শুনি সহোদৰে।
ফলমূল খাই বীৰে শিৰে জটা ধৰে ॥
আমাত মেলানি কৰি খৰমক লৈয়া।
সিংহাসনে বৈসাইলেক পাদ্য অৰ্ঘ্য দিয়া ॥৩৩৫১১
ত্রিভুৱনে হেন কৰ্ম্ম কৰে কোন জন।
অযোধ্যাৰ ৰাজ্য পাই কৰিলা ক্রন্দন ॥
হেন ভাই পৰিলেক দাৰুণ সমৰে।
কি কৰিবো ৰাজ্য ভোগ অযোধ্যা নগৰে ॥৩৩৫১২
দণ্ডছত্র সিংহাসন ত্যজিলো সকলে।
তুমি হেন ভাই যাৰ গৈলা মহাবলে ॥
তিনিজন ভাই মোৰ গৈলা কোন স্থান।
তোৰ শোকাকুলে মই ত্যাজিবো পৰাণ ॥ ৩৩৫১৩
আজি মোৰ বল দৰ্প সবে ভৈলা চুৰ।
বল বীৰ্য্য সবে মোৰ গৈলা বহুদূৰ ॥
আজি হন্তে ভৈল মোৰ হৃদয় পাতল।
আজি হন্তে দূৰ ভৈল ডাইন ভুজবল ॥ ৩৩৫১৪
তিনি মোৰ ভাই ঘোৰ ৰণে ভৈল পাত।
কোন সুখে থাকিবোহো আমি অযোধ্যাত ॥
সীতা হেন নাৰী গৈলা আৰো তিনিভাই।
কি বুলিবো আজি মই সাত মাৰ ঠাই ॥ ৩৩৫১৫
সকলে সম্পদযোগ অযোধ্যাৰ ছিৰি।
বিধবা হৈলন্ত মোৰ তিনি ভাইৰ নাৰী ॥

ৰঘুবংশ নাম খ্যাতি ভৈলন্ত বিনাশ।
পিতৃগণৰ গৈল মোৰ জলাঞ্জলি আশ ॥ ৩৩৫১৬
ধন নাহিকয় মোৰ কৰো সদ কৰ্ম্ম।
ভাইসব নাশ গৈল নষ্ট ভৈল ধৰ্ম্ম ॥
ভাই ভাই কৰি ৰামে কৰন্ত বিলাপ।
সোদৰ বান্ধৱ সঙ্গে কৰন্ত সন্তাপ ॥ ৩৩৫১৭
কৈকেয়ী সুমিত্রা শুনি কি বুলিব মোকে।
প্রাণ হৰাইবেক ভাই তুমি পুত্রশোকে ॥
যজ্ঞভঙ্গ ভৈল মোৰ মূৰে পাৰি বাৰি।
অকালত মোৰ ভ্রাতৃবধূ ভৈলা বাৰী ॥ ৩৩৫১৮
বশিষ্ঠ সম্মুখি বোলে কমললোচন।
দীক্ষিত শৰীৰ পায় কৰিবাক ৰণ ॥
পঠাইবাক কেহো নাই আছো একেশ্বৰ।
যাইবাক যে পায় নপায় কহ মুনিবৰ ॥ ৩৩৫১৯
বশিষ্ঠে বোলন্ত আৰ যাইবাক উচিত।
যোদ্ধা যোগ্য থাকিলেসে নযাইব দীক্ষিত ॥
মুনিৰ বচনে ৰাম চলিল ত্বৰিত।
বানৰ ৰাক্ষস বল কৰিয়া সম্বিত ॥ ৩৩৫২০
যজ্ঞস্থানে ৰহিলেক সবে মুনিগণ।
সবাৰে ৰক্ষক কৰি থৈলা বিভীষণ ॥
চৰিয়া পুষ্পক ৰথে গৈলা ৰঘুপতি।
লেখা জোখা নাই চলে যত সেনাপতি ॥৩৩৫২১
হস্তী ঘোৰা ৰথ ধ্বজ চতুৰঙ্গ দলে।
মুনিগণে বেদধ্বনি কৰয় মঙ্গলে ॥
শঙ্খ সিংহনাদ পুৰি দুন্দুভি বিশাল।
ঢাক ঢোল পৰাবাৰে কাশী কৰতাল ॥ ৩৩৫২২
ডুসৰি মুসৰি ভেক টোকাৰী বজায়।
চলিলা অসংখ্য সেনা মেদিনী কম্পায় ॥
ৰাক্ষস অৰ্দ্ধেক ৰহে বিভীষণ সমে।
অৰ্দ্ধেক চলিলা সেনা ৰামৰ সঙ্গমে ॥ ৩৩৫২৩
সুৰভ সৰভ চলে বিক্রমে বিখ্যাত।
বানৰৰ সৈন্য চলে সুগ্রীৱ সহিত ॥
ভালুকৰ সৈন্য লৈয়া চলে জাম্ববন্ত।
কোটি সংখ্যা সাগৰ গণিতে নাহি অন্ত ॥ ৩৩৫২৪

অসংখ্য বানৰগণ চলিলা সত্বৰ।
কেহো হাতে বৃক্ষ লৈলা কেহো যে পাথৰ ॥
আকাশত উঠে কতো ভুমিত পৰন্ত।
বায়ুবেগে অন্তৰীক্ষে অনেক চলন্ত ॥ ৩৩৫২৫
নদী-নদ পৰ্বত কানন তৰিলন্ত।
বাল্মীকিৰ কলবন তহিকে চলন্ত ॥
ৰামে বোলে চাৰ কৈত দুই জন শিশু।
ভ্ৰাতৃ শোকানলে আজি সমৰত পেশো ॥ ৩৩৫২৬
কোথাতে পৰিছে তিনি প্ৰাণৰ সোদৰ।
তাক মোক দেখাবা বিদাৰো কলেৱৰ ॥
চাৰেও দেখালা যথা পৰি আছে সৈন্য।
দেখি ৰাম সুগ্ৰীৱ বিস্ময় ভৈল মন ॥ ৩৩৫২৭
কতো মৰা কতো জীয়া ঘাৱে অচেতন।
কতোদূৰে পৰি আছে ভাই তিনিজন ॥
শৃগাল কুকুৰ গৃধ্ৰ পিশাচ বায়সে।
মাংস টানা টানি কৰে ভক্ষয় হৰিষে ॥ ৩৩৫২৮
শত্ৰুঘন ভৰত যে লক্ষ্মণক আনি।
ৰথে তুলি শ্ৰীৰাম যে চলিলা আপুনি ॥
যৈত দুই শিশু আছে বিচাৰি বিচাৰি।
ৰামচন্দ্ৰ চলি যান্ত মহাকোপ কৰি ॥ ৩৩৫২৯
মৃগ মাৰিবাক যেন বাটে আছে বাঘ।
সেহিমতে শ্ৰীৰামৰ সৈন্যে পালা লাগ ॥
কালসৰ্প সম দুই তৰ্জিয়া গৰ্জিয়া।
ভয়ঙ্কৰ ধনু ধৰি টঙ্কাৰ কৰিয়া ॥ ৩৩৫৩০
ৰামে দুই শিশু দেখি বিস্ময় হৃদয়।
আপুনাৰ পুত্ৰহেন ৰামে মনে লয় ॥
দুই শিশু দেখি যত্নে পুছয় ৰাঘৱে।
তুমি কাৰ পুত্ৰ কোন গৰ্ভত সম্ভৱে ॥ ৩৩৫৩১
মাৱ তোৰ কাৰ কন্যা তুমি সৈন্য খেদ।
কাৰ মুখে শিশু পঢ়ি আছা ধনুৰ্বেদ ॥
কোন ৰাজ্যে থাকা শিশু কিনাম তোমাৰ।
শাস্ত্ৰক পঢ়াইছে কোনে কহা মোত সাৰ ॥৩৩৫৩২
তোৰা দুইক দেখি মোৰ উপাজিলা দায়া।
সকলে বৃত্তান্ত কহা গুপ্ত নকৰিয়া ॥
কুশে হাঁহি বোলে তাঙ্ক শুনা নৰপতি।
যোগ্য নহে আলাপিবে তোমাৰ সহিতি ॥ ৩৩৫৩৩
ক্ষত্ৰিয়ৰ ধৰ্ম্ম নহে ৰণৰ সময়।
বৈৰী সমে পৰিচয় কৈবে সুযুৱায় ॥
তোৰ তিনি ভাই আমি মাৰিছো সমৰে।
তৈতে পৰিচয় চাৱা কিমতে বৰ্ব্বৰে ॥ ৩৩৫৩৪
দেখ সেনাপতি ৰণভঙ্গে পৰি আছে।
ত্ৰাস পাই পৰিচয় চাস মোৰ কাছে ॥
পৰাজয় মানা যদি যাৱা নিজ পুৰী।
বল বীৰ্য্য থাকে ৰণ কৰা ধনু ধৰি ॥ ৩৩৫৩৫
দুইশিশু চাই বোলে কমললোচন।
পৰিচয় দিয়ো দুই উপেক্ষিবো ৰণ ॥
ৰাম বাক্য শুনি বোলে কুশ বীৰবৰ।
পৰিচয় কহো শুনা নৃপতি সত্বৰ ॥ ৩৩৫৩৬
তপস্বিনী মাতৃমোৰ থাকে তপোবনে।
জাতকৰ্ম্ম কৰি আছে বাল্মীকি আপুনে ॥
নৰগুণ দিয়া আছে পঢ়াইলা শাস্ত্ৰক।
অনুক্ৰমে আমাক যে শিখাইলা অস্ত্ৰক ॥ ৩৩৫৩৭
নৃত্যগীত ৰামায়ণ শিখাইলা নিশেষ।
শুনিয়া অমৃত যেন কৌতুক বিশেষ ॥
সিকাৰণে সৰ্ব সৈন্য মাৰিলো তোমাৰ।
ৰণে প্ৰৱেশিলে তযু নাহিকে নিস্তাৰ ॥ ৩৩৫৩৮
পৰিচয় দিলো আমি শুনিয়ো নৃপতি।
সমৰে প্ৰৱেশ হৱা যদি লৱে মতি ॥
এহি শুনি ৰামৰ চক্ষুৰ পৰে পানী।
সীতাক স্মৰিয়া দহে ৰামৰ পৰাণী ॥ ৩৩৫৩৯
সীতাৰ আকৃতি দেখি দুইটো কুমাৰ।
হেন ভাবি ৰামে মূৰ্চ্ছা যাই বাৰম্বাৰ ॥
ৰামে বোলে শুনা মিত্ৰ সুগ্ৰীৱ বানৰ।
কহ দেখি দুই শিশু কাহাৰ কুমাৰ ॥ ৩৩৫৪০
সুগ্ৰীৱে বোলয় শুনা দেৱতা ৰাঘৱ।
মুনিপুত্ৰ নহে দুই তোমাৰ সম্ভৱ ॥
আকৃতি প্ৰকৃতি দেখি তোমাৰ লক্ষণ।
সীতাৰ সমান দেখি দুহান বদন ॥ ৩৩৫৪১

মহাজন সম্ভৱ দেখিয়ো হেন কৰি।
প্ৰধান পুৰুষ দুইকো চিনিতে নপাৰি ॥
মায়াবলে দুই শিশু ধৰিবো আপুনে।
এহিবুলি কপিৰাজ প্ৰবেশিলা ৰণে ॥ ৩৩৫৪২
শুনিয়া হৰিষ ভৈলা কমললোচনে।
নয়নে আনন্দ দেখি শিশুৰ বদনে ॥
জাম্প দিয়া কপীন্দ্ৰ উঠিলা গিৰি শৃঙ্গে।
পৰ্ব্বত তুলিয়া মাৰে শিশু দুইৰ অঙ্গে ॥৩৩৫৪৩
দেখিয়া পৰ্ব্বতগোট এৰি তীক্ষ্ণবাণ।
দুই ভাই গিৰিগোট কৰি খান খান ॥
শাল বৃক্ষ উপাৰিয়া হানে বায়ুবেগে।
তিনি শৰে কুশে তাক কাটিলন্ত আগে ॥৩৩৫৪৪
গাছ গিৰি বৰিষয় কৰে সিংহনাদ।
কুশে-লৱে কাটিলন্ত কৰি অৱসাদ ॥
মৰ্ম্মস্থানে হানিলেক অৰ্দ্ধচন্দ্ৰ শৰে।
বজ্ৰৱত প্ৰহাৰি পাৰিলা কপীশ্বৰে ॥ ৩৩৫৪৫
হৃদয়ত পৰি বাণ পিলেক শোণিত।
ধৰণীত পৰি ৰাজা ভৈলেক মূৰ্চ্ছিত ॥
বজ্ৰঘাৱে ভাঙ্গে যেন সুমেৰু শিখৰ।
ধাৰে তেজ বহে তনু ধূলায়ে ধূসৰ ॥ ৩৩৫৪৬
সুগ্ৰীৱ পৰিল দেখি ধাইলন্ত অঙ্গদ।
কপিবীৰে তনুবৰ ঘোৰ বিশাৰদ ॥
সিংহনাদ কৰিয়া কৰয় শিলাবৃষ্টি।
বায়ুবেগে অঙ্গদ যে অন্তৰীক্ষে উঠি ॥ ৩৩৫৪৭
কুশ-লৱে বজ্ৰবাণে শিলা বৃক্ষ কাটে।
তিনি বাণে অঙ্গদৰ ভেদিলা ললাটে ॥
কোপে বালিসুত ধাইলা কুশ ধৰিবাৰ।
যোজনৰ পথ বৃক্ষ উপাৰি সত্বৰ ॥ ৩৩৫৪৮
আকাশে উৰিয়া বৃক্ষ আসয় ত্বৰিতে।
অৰ্দ্ধচন্দ্ৰ বাণে কাটি পাৰে সীতাসুতে ॥
লৱ-কুশে পাঞ্চবাণ জুৰিলা ধনুকে।
পাঞ্চবাণে ভেদিলেক অঙ্গদৰ বুকে ॥ ৩৩৫৪৯
দৃঢ়তৰ প্ৰহাৰে পৰিল ভূমিতলে।
ৰুধিৰে তিতিল তনু বাণে অগ্নি জ্বলে ॥
ধূলায়ে ধূসৰ তনু ভৈলা বিপৰীত।
অশোক কিংশুক যেন ভৈলন্ত পুষ্পিত ॥৩৩৫৫০
গৱাক্ষ জুপাক্ষ ৰূপাইক্ষ মহামতি।
কুমুদ তাৰক চলে নীল সেনাপতি ॥
গৱয় গৱাক্ষ চলে বীৰ অকম্পন।
ধূম্ৰ ধূম্ৰাক্ষ দধিমুখ সুদৰ্শন ॥ ৩৩৫৫১
সবে বীৰে একত্ৰে ধাইলেক কোপ কৰি।
গাছ বৃক্ষ গিৰি হানে আগে বেথে ধৰি ॥
যাৰ যেই সেনা লৈয়া আগযে ভৈলন্ত।
ভালুকৰ সৈন্য লৈয়া ধাইলা জাম্পৱন্ত ॥ ৩৩৫৫২
কোটি কোটি বানৰ ৰাক্ষস ৰণ কৰে।
পাথৰ পৰ্বত এৰে শিশুৰ উপৰে ॥
দেখি লৱ-কুশ বীৰে ক্ৰোধিলা অপাৰ।
ক্ৰোধ কৰি ধনু ধৰি কৰিলা হুঙ্কাৰ ॥ ৩৩৫৫৩
অৰ্দ্ধচন্দ্ৰ কুলিসন্ধ শৰ প্ৰহাৰিয়া।
বানৰৰ অস্ত্ৰযত কাটিয়া পেলাইলা ॥
অন্ধকাৰ দূৰ ভৈলা প্ৰকাশিত ভানু।
শৰ হানি ভেদিলেক বানৰৰ তনু ॥ ৩৩৫৫৪
সেনাপতি যত সব উঠিলা আকাশে।
শিশুৰ উপৰে বৃক্ষ পৰ্ব্বত বৰিষে ॥
আকাশে পাতালে সবে লগাইলা আন্দোল।
কৰ্ণপথে ঢাকিল নুশুনি মাতবোল ॥ ৩৩৫৫৫
মেদিনী মণ্ডল কাম্পে বানৰৰ ভৰে।
সিংহনাদ কৰি সবে প্ৰবেশ সমৰে ॥
সুগ্ৰীৱ.অঙ্গদ দেখে গৈলা যমঘৰ।
কৈক যাইবা সেনাগণ কহিয়ো সত্বৰ ॥ ৩৩৫৫৬
সমৰে চতুৰ তুমি জানিলো নিশ্চয়।
নৃপতিৰ মৰণে নপালা পৰিচয় ॥
কুশৰ বচনে কোপে কপিৰ সমাজ।
বোলে মুনিপুত্ৰ দুইৰো কৰিবো অকাজ ॥ ৩৩৫৫৭
এহিবুলি শৰবৃষ্টি কৰিলা বানৰ।
লৱ-কুশে এৰিলেক লক্ষ লক্ষ শৰ ॥
দশ বাণে জাম্বৱন্ত পৰিলা মহীত।
কুৰি বাণে নল নীল ভৈলন্ত মূৰ্চ্ছিত ॥ ৩৩৫৫৮

পাঞ্চবাণে কুমুদ দ্বিবিদ তিনিশৰে।
অকম্পন বীৰ পৰে কুৰি গোট শৰে ॥
বানৰৰ সেনা পৰে সুষেণ বানৰ।
পাঞ্চবাণে পৰিল সুপাইক্ষ বীৰবৰ ॥ ৩৩৫৫৯
ধূম্র ধূম্রাক্ষ পৰিলেক গৰযে বানৰ।
ভূমিত পৰিল খাই পাঞ্চ পাঞ্চ শৰ ॥
পৰিল বানৰ বল মুখ্য সেনাপতি।
চতুৰ্ভিতি পৰিল বানৰ সেনাপতি ॥ ৩৩৫৬০
শিলিমুখ সূচীমুখ অগ্নিমুখ বাণে।
হাত পাৱ কাটিলেক তীক্ষ্ণ ক্ষুৰ শাণে ॥
ৰাক্ষস কটক কাল সমৰে দুৰন্ত।
ভালুকৰ সৈন্য কাটি কৰিলেক অন্ত ॥ ৩৩৫৬১
পৰ্ব্বত সমান হুয়া পৰিলা কটক।
দেখি ৰঘুবংশে ৰামে লাগিলা চমক ॥
খৰতৰ নদী বহে বানৰ ৰুধিৰে।
গিৰি সম হুয়া ভাসে তাহাৰ উপৰে ॥ ৩৩৫৬২
হস্ত পদ মুখে লৈয়া উৰাৱে গৃধ্রিনী।
শৃগাল কুকুৰে মাংস খাই টানি টানি ॥
সমৰ ভিতৰে যেই এৰাইলন্ত প্ৰাণ।
পৰ্বত গহ্বৰে সবে পলাই থানে থান ॥ ৩৩৫৬৩
দেখিয়া শিশুৰ ৰণ ৰাম চমকিত।
নয়নে বহয় নীৰ চলিলা ত্বৰিত ॥
চৰিয়া পুষ্পক ৰথে চলিলা আপুনে।
দিব্য পাঞ্চ শৰ জুৰিলন্ত ধনুগুৰ্ণে ॥ ৩৩৫৬৪
পাঞ্চশৰে কুশে কাটিলন্ত মহা বাণে।
কোপে ৰামে নৰাচক হানিলা তেখনে ॥
তিনিবাণে নৰাচক কাটিলা কুশ-লৱে।
পাঞ্চবাণ কোপ কৰি হানিলা ৰাঘৱে ॥ ৩৩৫৬৫
তিনি বাণে কুশে তাক কাটিলা আকাশে।
তিনি বাণে ৰাঘৱে হানিলা কুশ দেহে ॥
বাণ খাই কুশ এৰে চন্দ্ৰ বজ্ৰবাণ।
শ্ৰীৰামৰ ব্ৰহ্ম অস্ত্ৰ কৈলা খান খান ॥ ৩৩৫৬৬
সেহি শৰে কবন্ধ কাটিলা ৰঘুপতি।
সেহি শৰ কুশে কাটি কৰিলা জয়তি ॥
কুম্ভকৰ্ণ ৰাক্ষস মাৰিলা যেহি বাণে।
সেহি বাণ ৰামচন্দ্ৰে ছৱালক হানে ॥ ৩৩৫৬৭
হাসি কুশে অৰ্দ্ধচন্দ্ৰ এৰিলা প্ৰচণ্ড।
শ্ৰীৰামৰ শৰ কাটি কৈলা খণ্ড খণ্ড ॥
শৰতৰ মেঘ যেন সকলে নিষ্ফলে।
সকলে কাটিলা বীৰে ৰণে মহাবলে ॥ ৩৩৫৬৮
সীতাৰ সমান মুখ দুই পুত্ৰ দেখি।
দেখিয়া শ্ৰীৰামে পাচে ভৈলা বৰ দুখী ॥
সীতাক মনত কৰি মোহ পাৱে ৰাম।
বজ্ৰ শেলপাত কুশে জুৰি অনুপাম ॥ ৩৩৫৬৯
মন্ত্ৰ উচ্চাৰিয়া বাণ এৰিলা ধনুকে।
নিৰ্ভয়ে পৰিল গৈয়া শ্ৰীৰামৰ বুকে ॥
মূৰ্চ্ছা যাই ৰামচন্দ্ৰ পৰিলা ভূমিত।
স্বৰ্গহন্তে পৃথিৱীত পৰিলা আদিত্য ॥ ৩৩৫৭০
চন্দ্ৰসম বদনকো তেজে কৰে শোভা।
নবীন মদন সম নাৰী মন লোভা ॥
ধাই লৱ কুশ গৈলা শ্ৰীৰাম ওচৰে।
শিশুক দেখিয়া সেনা দিলেক লৰৰে ॥ ৩৩৫৭১
কৰ্ণৰ কুণ্ডল কাঢ়ি লৈলা কুশ বীৰে।
কিঙ্কিণী গ্ৰীৱাৰ হাৰ লৈলা লৱ বীৰে ॥
ভৰত লক্ষ্মণ শত্ৰুঘন তিনিজন।
বাছি বাছি অলঙ্কাৰ লৈলন্ত ভূষণ ॥ ৩৩৫৭২
যত যত লোক পৰি আছয় সমৰে।
তাৰ অলঙ্কাৰ লৈলা কুশ মহাবীৰে ॥
লৱে বোলে কুশ ভাই শুনা মোৰ বাণী।
হনুমান বানৰক লৈয়োক আপুনি ॥ ৩৩৫৭৩
বিকৃত বানৰ দেখি কৰিবো কৌতুক।
ৰথে তুলি লৱা তুমি বুঢ়া ভালুকক ॥
পুষ্পকৰ ৰথে চৰি চলিয়ো এখন।
লক্ষ্মণৰ ৰথে আমি কৰিবো গমন ॥ ৩৩৫৭৪
হনুমন্ত জাম্বৱন্ত শুনিয়া তেখনে।
মায়া কৰি মূৰ্চ্ছা গৈলা ৰৈলা দুয়োজনে ॥
লৱ-কুশ দুয়োজনে লৈলা ৰথে তুলি।
হৰষিতে দুয়োজনে কৰে কৌতুহলি ॥ ৩৩৫৭৫

গলা-গলি কৰিয়া বান্ধিলা দুয়োজন।
ধনু সাঙ্গী বাৰী দিয়া কৰি বিৰম্বন ॥
সিংহনাদ কৰি দুয়ো চলিলেক পুৰে।
ৰথ হন্তে নামি গৈলা মাৱৰ গোচৰে ॥ ৩৩৫৭৬

লৱ-কুশৰ যুদ্ধ-বিজয়বাৰ্ত্তা মাতৃ চৰণত নিবেদন, স্বামীশোকত সীতাৰ বিলাপ আৰু বাল্মীকিৰ দ্বাৰা সকলোৰে জীৱনলাভ

তৈত সাতা পুত্ৰশোকে ভৈলন্ত ব্যাকুলে।
দক্ষিণ নয়ন ভুজ ফন্দে শোকাকুলে ॥
সেহিবেলা লৱ-কুশ আইলা দুইবীৰ।
দণ্ডৱতে মাতৃপদে নমাইলন্ত শিৰ ॥ ৩৩৫৭৭
চৰণৰ ধুলা লৈয়া হৰিষ বদনে।
তয়ু আশীৰ্ব্বাদে মাৱ জিনি আইলো ৰণে ॥
অলঙ্কাৰ আনি দিলা মাৱৰ গোচৰ।
সমৰে জিনিলো মাৱ চাৰি সহোদৰ ॥ ৩৩৫৭৮
দুই জন্তু আনি আছো কৌতুক চাহিতে।
বানৰ ভালুক দুই ৰাখিছো ৰথতে ॥
যতেক সমৰ কৈলা কুশে কলবনে।
প্ৰত্যয় যে পাইলা মাৱে পাই আভৰণে ॥ ৩৩৫৭৯
হৰিষ কৰয় সীতা কৰে আশীৰ্ব্বাদ।
ৰণ জয় ভৈলা পুত্ৰ নহৈল বিষাদ ॥
ৰাজ্যলাভ হৌক দুইৰো বৈৰী হৌক ক্ষয়।
বিপদ নহৌক পুত্ৰ সদা হৌক জয় ॥ ৩৩৫৮০
এত সৈন্য পৰি আছে তোমাৰ নিকটে।
অঙ্গক্ষত হুয়া আছে মাথাৰ নিকটে ॥
কাহাক আনিছা দুই বান্ধিয়া যতনে।
জিজ্ঞাসিলা স্নেহে সীতা তাহাঙ্ক আপুনে ॥৩৩৫৮১
সেহিবেলা সীতা দুৱাৰৰ ভৈলা বাইৰ।
দেখিলন্ত হনুমন্ত জাম্বৱন্ত বীৰ ॥
দুইজন দেখি সীতা ভৈলন্ত মূৰ্চ্ছিত।
শোকাকুল হুয়া দেৱী পৰিলা ভূমিত ॥ ৩৩৫৮২
হা হা পুত্ৰ বাপ খুৱা সবে কৈলি হত।
মোৰ শিৰে পুত্ৰ আসি দিলি খড়্গ ঘাত ॥
পুষ্পক ৰথত তেবে জানকী দেখিলা।
দুহান গলৰ জৰী আপুনি মেলিলা ॥ ৩৩৫৮৩
সীতাক দেখিয়া দুয়ো কৰি নমস্কাৰ।
ভক্তি ভাৱে দুই বীৰে কহিলা অপাৰ ॥
ভৰত লক্ষ্মণ শত্ৰুঘন ৰামদেৱ।
সকলে পৰিলা ৰণে নেৰাইলন্ত কেৱ ॥ ৩৩৫৮৪
অশ্বমেধ যজ্ঞ কৰে কমললোচন।
সেহি ঘোৰা ৰক্ষক আপুনি শত্ৰুঘন ॥
সাগৰ ত্বৰিয়া ঘোৰা আইল কলবনে।
পৰিলেক শত্ৰুঘন প্ৰথমৰ ৰণে ॥ ৩৩৫৮৫
তাৰ পাচে লক্ষ্মণ ভৰত বীৰ পৰে।
শুনিয়া শ্ৰীৰাম আইল ৰণৰ নিয়ৰে ॥
সুগ্ৰীৱ বানৰ আদি অঙ্গদ বীৰবৰ।
ৰাক্ষস ভালুক নৰ পৰিল বিস্তৰ ॥ ৩৩৫৮৬
সমৰ পাচত ৰামে চাইলা পৰিচয়।
দাৰুণ সমৰে ৰাম পাৰি হৈল ক্ষয় ॥
হনুমন্ত বাক্য শুনি জনক জীয়াৰী।
ভূমিত পৰিয়া কান্দে স্বামীক সুমৰি ॥ ৩৩৫৮৭
ৰামচন্দ্ৰ হেন প্ৰভু ধূলায়ে ধূসৰ।
কত দুখ অভাগিনী সহিব শৰীৰ ॥
নিজ ভুজবলে যাৰ বান্ধিলা সাগৰ।
কুম্ভকৰ্ণ বধিয়া বধিলা লঙ্কেশ্বৰ ॥ ৩৩৫৮৮
দেৱ দৈত্য দানৱে নসহে যাৰ বাণ।
আপুনাৰ পুত্ৰহাতে হৰুৱাইলা প্ৰাণ ॥
ভৰতক স্মৰি কান্দে জনক জীয়াৰী।
মোৰ কৰ্ম্মদোষে প্ৰভু কোনে নিলা হৰি ॥৩৩৫৮৯
হিয়া মুষ্টি মাৰে দেৱী ছিৰে আভৰণ।
বিধৱা হৈলোহো মই পুত্ৰৰ কাৰণ ॥
হা হা বিধি কেনে দিলা এতেক সন্তাপ।
মৃগ পশু-পক্ষী হলে সিয়ো মানে বাপ ॥ ৩৩৫৯০
সীতাৰ ক্ৰন্দন দেখি বিস্ময় দুই ভাই।
নমাতি ৰহিলা অন্যো অন্যে মুখ চাই ॥
পিতৃবধ পাপ কেনে সাঞ্চা কলেৱৰ।
সীতা বোলে পুত্ৰ কেনে নাশ কৈলা তোৰ ॥ '৯১

আপুনাৰ হাতে তই পিতৃ কৈলি বধ।
হেনকৰ্ম্ম কৰি আছা কেমন মুগুধ ॥
লক্ষ্মণ যে খুৰা তোৰ মোৰ পিতৃ সম।
বনবাসে পালিলেক নিয়ম সংযম ॥ ৩৩৫৯২
ৰাৱণ বধিয়া মোক কৰিলা উদ্ধাৰ।
মোৰ প্ৰতি গুণৰ মহিমা নাহি তাৰ ॥
বাপৰ সদৃশ তোৰ ভৰত শত্ৰুঘন।
সিয়ো পৰমাৰ্থে মোৰ কৰিছে পালন ॥ ৩৩৫৯৩
সীতা বোলে পুত্ৰ তোত কি কহিবো ধিক।
হনুমন্ত পুত্ৰ মোৰ তোমাত অধিক ॥
পাপিষ্ঠ ৰাৱণে হৰি থৈলা অশোকত।
এহি হনুমন্তে মোক যাই পাইলা তাত ॥ ৩৩৫৯৪
সাগৰ তাৰিয়া কৈলা ৰাৱণ সংহাৰ।
ইহান কাৰণে ভৈলা আমাৰ উদ্ধাৰ ॥
জাম্বৱন্ত দেখা এহি বুদ্ধিৰ সাগৰ।
আমাৰ কাৰণে দুখ পাইলন্ত বিস্তৰ ॥ ৩৩৫৯৫
তোমাৰ বাপৰ মিত্ৰ সুগ্ৰীৱ বানৰ।
হনুমান জাম্বুবান সকলো বানৰ ॥
যথাত আছয় পৰি প্ৰাণপ্ৰভু মোৰ।
তথা এৰা নিয়া বাপু ভালুক বানৰ ॥ ৩৩৫৯৬
বাপক খুৰাক যেই কৰয় বিনাশ।
স্বৰ্গভ্ৰষ্ট হৱে তাৰ নৰকত বাস ॥
পুষ্পক ৰথক নিয়া এৰ ৰণ স্থলে।
যাৰ যেহি আভৰণ পিন্ধায়ো সকলে ॥ ৩৩৫৯৭
মাৱৰ বচনে দুই ৰণস্থলি গৈয়া।
যাৰ যেহি আভৰণ সকলে পিন্ধায়া ॥
আভৰণ ৰথ এৰি আইলা দুই ভাই।
কান্দে সীতাদেৱী দুয়ো পুত্ৰমুখ চাই ॥ ৩৩৫৯৮
অগ্নিকুণ্ড সাজ কৰি দিয়োক সত্বৰি।
তাহাতে পুৰিয়া যাওঁ স্বামীশোকে মৰি ॥
লৱ-কুশে অগ্নিকুণ্ড কৰিলা তেখনে।
কৰযোৰ কৰি বোলে অগ্নিৰ চৰণে ॥ ৩৩৫৯৯
একবাৰ পূৰ্ব্বে মোক কৰিলা উদ্ধাৰ।
সেহিমতে প্ৰভু মোক কৰা প্ৰতিকাৰ ॥
জীয়ায়া দিয়োক প্ৰভু কমললোচন।
নুহি মোক পুৰি ভস্ম কৰা হুতাশন ॥ ৩৩৬০০
সেহিবেলা বৰুণৰ যজ্ঞ পূৰ্ণ দিয়া।
মিলিলা বাল্মীকি মুনি আশ্ৰমে আসিয়া ॥
শিষ্য উপশিষ্য মুনি সঙ্গতি কৰিয়া।
লৱ-কুশে প্ৰণামিয়া বিনয় বুলিয়া ॥ ৩৩৬০১
দেখিলেক অগ্নিকুণ্ড সীতা উপসন।
মুনি বোলে কুশ কেনে বিবৰ্ণ বদন ॥
কৰযোৰে দুই কহে বিনয় বচন।
যতেক প্ৰমাদ ভৈলা শুনা তপোধন ॥ ৩৩৬০২
এহি শুনি হাসিয়া বোলয় মহামুনি।
ৰণস্থলি গৈয়া দেখে ৰামৰ বাহিনী ॥
মনত স্মৰিলা ইন্দ্ৰ মিলিলা সত্বৰ।
বোলে সুধাবৃষ্টি কৰা সৈন্যৰ উপৰ ॥ ৩৩৬০৩
ইন্দ্ৰেও সৈন্যৰ মাথে সুধা বৰিষয়।
কমণ্ডলু জল মুনি আপুনি সিঞ্চয় ॥
জীৱন্যাস মন্ত্ৰ পঢ়ি সিঞ্চয় উপৰ।
চেতনক পায়া উঠে ৰাক্ষস বানৰ ॥ ৩৩৬০৪
ৰাম লক্ষ্মণ ভৰত শত্ৰুঘন।
সুগ্ৰীৱ অঙ্গদ উঠে যত কপিগণ ॥
নল নীল প্ৰভৃতি যতেক সেনাপতি।
চতুৰঙ্গ দল গজ বাজী ৰথ ৰথী ॥ ৩৩৬০৫
ৰাক্ষস বানৰ উঠে সৈন্য সেনা যত।
ৰথী মহাৰথী আৰো উঠিলা সমস্ত ॥
উঠিয়া বোলয় ছৱালক বন্দী কৰি।
কেহো বোলে আচাৰিয়া মাৰো পাৰি ধৰি ॥ '০৬
জীৱন্যাস মন্ত্ৰ আৰো সুধা বৰিষণে।
কাটা হস্ত পদ শিৰ লাগে স্থানে স্থানে ॥
একজন ক্ষয় নহে উঠিয়া বসিলা।
যত অপচয় হৱে বাল্মীকি পূৰিলা ॥ ৩৩৬০৭
চাৰি ভাই উঠি মুনিৰ বন্দিলা চৰণ।
স্থিৰ হুয়া ৰহিলেক সঙ্কোচিত মন ॥
কুশক সম্মুখি পাছে বুলিলেক বাণী।
যজ্ঞ পূৰ্ণ দিবে লাগি ঘোৰা দিয়া আনি ॥ ৩৩৬০৮

যজ্ঞ পূৰ্ণা দিয়ো নিয়া যজ্ঞ হৈব শেষ।
সৈন্য সমস্তক লৈয়া ৰাম গৈলা দেশ ॥
এহি সব গীত হৈল জৈমিনী ভাৰতে।
আৰো কিছু বোলো শুনা বাল্মীকিৰ মতে ॥৩৩৬০৯
ৰামৰ চৰিত্ৰ কথা শুনা সৰ্ব্বজন।
পাইবাহা মুকুতি পদ পাপ বিমোচন ॥
ব্ৰহ্মাৰ অংশত জানা ৰাম অৱতাৰ।
বোলা ৰাম ৰাম বাণী তৰিবা সংসাৰ ॥ ৩৩৬১০

———

বাল্মীকিৰ আদেশত লৱ-কুশৰ ৰামায়ণ গীত

পদ

দুই দিন গাইলা শিশু ভাৰতৰ গীত।
ৰামায়ণ শুনা আৰে হুয়া একচিত ॥
সেহি ঘোৰা লৈয়া ৰামে যজ্ঞ দিলা পূৰ্ণা।
অনেক দেশৰ বিপ্ৰ কৰিলা দক্ষিণা ॥ ৩৩৬১১
নানা পৰিপাতি যজ্ঞ কৰে নিৰন্তৰ।
শিষ্যে সমে চলিলা বাল্মীকি মুনিবৰ ॥
মুনিক দেখিয়া ৰামে উঠিলা সম্ভ্ৰমে।
পাদ্য অৰ্ঘ্য দিয়া পূজা কৰিলা শ্ৰীৰামে ॥ ৩৩৬১২
বাৰ শত শিষ্য আইলা মুনিৰ সঙ্গতি।
লৱ কুশ দুই ভাই গৈলা লীলা গতি ॥
বিষ্ণু অৱতাৰ দুই ৰামৰ তনয়।
মুনিৰ সঙ্গত আছে নাহি পৰিচয় ॥ ৩৩৬১৩
ৰামে বোলে ভৰত শুনা আমাৰ আশয়।
মুনি ৰহিবাক দিয়া উত্তম আলয় ॥
লৱ কুশ ৰহিলন্ত মুনিৰ সঙ্গতি।
দুই ভাই লৈয়া মুনি কৰয় যুগুতি ॥ ৩৩৬১৪
লৱ-কুশ দুই ভাই শুনা বিদ্যমানে।
ধনুৰ্বিদ্যা শাস্ত্ৰবিদ্যা পঢ়ি মোৰ স্থানে ॥
ধনুৰ্বিদ্যা পৰীক্ষিলা মোৰ অগোচৰে।
দুৰ্জ্জয় বিক্ৰম বীৰ দুয়ো সহোদৰে ॥ ৩৩৬১৫

বৰ বৰ সেনাপতি যাহাৰ ৰক্ষণ।
সংগ্ৰামে পৰিল সবে ত্যজিলা পৰাণ ॥
মহাবীৰ ৰঘুনাথ ত্ৰিভুৱনে জিনে।
শিশু হুয়া হেন কৰ্ম্ম জিনিলা আপুনে ॥ ৩৩৬১৬
যত সৈন্য মাৰিলা নাহিকে লেখা জোখা।
সাক্ষাতে দেখিলো মই অস্ত্ৰৰ পৰীক্ষা ॥
গীত বিদ্যা ৰামায়ণ পঢ়ি দুই জন।
ৰামৰ গোচৰে গীত গাইবা দুয়োজন ॥ ৩৩৬১৭
সপ্তদ্বীপ ৰাজাগণ আছে যতস্থানে।
ৰামায়ণ গীত কালি গাৱা সাৱধানে ॥
দুই ভাই কৰা মোৰ কবিতা প্ৰচাৰ।
ঘোষয় প্ৰংশসি যেন সবে চৰাচৰ ॥ ৩৩৬১৮
যাহাৰ প্ৰসন্ন হুৱে সৰস্বতী দেৱী।
আমাৰ অধিক কৰি বিস্তাৰিবা কবি ॥
সভা কৰি ৰঘুনাথ বসি ৰাজাগণ।
সাৱধান হুয়া দুয়ো গাইবা ৰামায়ণ ॥ ৩৩৬১৯
কুৰি চিকলিত গীত গাইবা একদিন।
কুৰি চিকলিত গীত নাগাইবা প্ৰবীণ ॥
গীত অৱশেষে পাইবা বিস্তৰ সন্মান।
নিৰ্লোভ হুয়া ৰামৰ নলৈবাহা দান ॥ ৩৩৬২০
তেবে ৰামে সুধিবেক সভাৰ ভিতৰে।
বাল্মীকিৰ শিষ্য হেন দিবাহা উত্তৰে ॥
আমি এক যুক্তি কহো তোমাসাৰ ঠাই।
সাৱধান হুয়া শুনা তোৰা দুই ভাই ॥ ৩৩৬২১
যেখনে গাইবাহা গীত মাৰ বাপ কোন।
সুধিলে নকৈবা কিছু তোৰা দুইজন ॥
জগতৰে ৰাম নাথ পৰম গৰ্ব্বিত।
যি সকল কহো মই তোমাসাৰ হিত ॥ ৩৩৬২২
আৰো এক যুক্তি শুনা ভাই দুইজন।
তপস্বীৰ বেশ ধৰি গাইবা ৰামায়ণ ॥
যোগক সাধিয়া দুই কৰিলা সমৰ।
সেহি বেশে নগাইবা ৰামৰ গোচৰ ॥ ৩৩৬২৩
সি বেশ দেখিলে ৰামে পাইবে মহা ডৰ।
শিৰে ভস্ম ধূলা লৈ বেশ লুপ্ত কৰ ॥

তপস্বী দেখয় যেন শিৰে জটাধৰ।
উপবাসী দেখি যেন যোগী কলেৱৰ ॥ ৩৩৬২৪
আজি সুখে নিদ্ৰা যাবা দুই সহোদৰ।
কালি গীত গাইবা তোৰা ৰামৰ গোচৰ ॥
বাল্মীকিৰ কথা শুনি লৱ-কুশ হাসে।
মনত গুণয় দুয়ো বাক্যক নভাষে ॥ ৩৩৬২৫
ৰাত্ৰি অৱসানে ভৈলা প্ৰাতস বিহান।
দুই ভাই কৰিলা বাকলি পৰিধান ॥
মাথে জটা ধৰিলেক কৃষ্ণসাৰ চৰ্ম্ম।
অঙ্গবাজু লাগিলেক দুৰ্ব্বাদল শ্যাম ॥ ৩৩৬২৬
দুৰ্ব্বাদল শ্যাম দুই ভাই সহোদৰ।
বিষ্ণু অৱতাৰ দুই পূৰ্ণ শশধৰ ॥
হাতে বীণা কৰিয়া চলিলা দুইজন।
মধুৰ মধুৰ কৰি গাৱে ৰামায়ণ ॥ ৩৩৬২৭
হাটে বাটে গীত গাৱে নগৰে প্ৰান্তৰ।
গীত সমাচাৰে গৈলা ৰামৰ গোচৰ ॥
আশ্চৰ্য্য যে গীত গাৱে ছৱাল দুইজন।
কোনোথানে শুনা নাই গীত ৰামায়ণ ॥ ৩৩৬২৮
গীত শুনি সৰ্ব্বলোকে ভৈলন্ত মূৰ্চ্ছিত।
আজ্ঞা কৰা ৰঘুনাথ আনিতে উচিত ॥
পাত্ৰক মাতিয়া ৰামে কৰিলা আদেশ।
যত স্থানে দুই ভাইক কৰিলা প্ৰবেশ ॥ ৩৩৬২৯
বীণা হাতে লৈয়া গৈলা ৰামৰ সভায়।
বীণা উচাই দুই ভাই ৰামায়ণ গায় ॥
অৱসৰ পালা ৰামে যজ্ঞ অৱশেষে।
গীত শুনিবাক প্ৰতি ঘুৰনাথ বৈসে ॥ ৩৩৬৩০
সবে ৰামায়ণ শুনে সবে ৰাজাগণ।
মধ্যে গীত গাৱে দুই সোদৰ গায়ন ॥
আগম পুৰাণ সব যাহাৰ বিদিত।
হেন সব জ্ঞানী সবে শুনিবাক গতি ॥ ৩৩৬৩১
গন্ধৰ্ব্ব কিন্নৰসবে যেই বুজে গীত।
দুই শিশু গাৱে ৰাজসভাৰ বিদিত ॥
দুই জনে গীত গাৱে সুললিত বীণা।
সৰ্ব্বলোকে শুনে গীত অমৃতৰ কণা ॥ ৩৩৬৩২

সুললিত গীত গাৱে মধুৰ সুনাদে।
শুনিয়া মূৰ্চ্ছিত লোক গীতৰ সুস্বাদে ॥
চাৰিভাই ৰঘুনাথ গীতে দিয়া মন।
সৰ্ব্বলোকে আনন্দিত শুনি ৰামায়ণ ॥ ৩৩৬৩৩
সবে লোকে কণাকণি কৰয় যুগুতি।
দুই শিশু দেখি যেন ৰামৰ আকৃতি ॥
জটা চৰ্ম্ম পৰিধান এৰি দেখি তান।
আকৃতি প্ৰকৃতি দেখি ৰামৰ সমান ॥ ৩৩৬৩৪
ৰাম লক্ষ্মণ মাৰি ভৰত শত্ৰুঘন।
এই দুই শিশু কৈলা ৰামে সমে ৰণ ॥
হস্তী ঘোৰা সৈন্য যে ত্যজিলা অক্ষৌহিণী।
আন বেশ ধৰি আইলা যুক্তি অনুমানি ॥৩৩৬৩৫
মহাবল শিশু কেৱে নপাৰে জিনিতে।
জগত মুহিবে পাৰে ৰামায়ণ গীতে ॥
তপস্বীৰ বেশ ধৰি আইলা দুইজন।
শিশু নহে দুই গোট যেন কালযম ॥ ৩৩৬৩৬
ৰঘুনাথ হস্তে দুই বালক দুৰ্জ্জয়।
সৰ্ব্ব সৈন্য সমে ৰাম পাইলা পৰাভৱ ॥
কোন বিধি নিৰ্ম্মিলা ইহান দুইজন।
এত গুণ ধৰে কোথা আছে ত্ৰিভুৱন ॥ ৩৩৬৩৭
এই যুক্তি কহে তাৰা প্ৰজা সৰ্ব্বজন।
পাথৰো বিদাৰে বেদ গীত ৰামায়ণ ॥
যতেক সভাৰ লোক কৰে অনুমান।
ৰাম দুই পুত্ৰ মোৰ মনে ধৰে তান ॥ ৩৩৬৩৮
ত্ৰিভুৱনে নাহি শুনি ৰামায়ণ গীত।
আপুন পাসৰে লোকে হুয়া বিমোহিত ॥
প্ৰতিদিনে গাৱে গীত কুৰি চিককলি।
কুৰি চিকলিক গাৱে গীতত সম্ভুলি ॥ ৩৩৬৩৯
দুই গায়নৰ গীত হৈলা সমাধান।
ৰামে বোলে গায়নক দিয়ো বস্ত্ৰদান ॥
ভৰত লক্ষ্মণ শুনা আমাৰ বচন।
আশী সহস্ৰেক তোলা সুবৰ্ণ এখন ॥ ৩৩৬৪০
গঢ়ন সুবৰ্ণ কিছু নকৰি বিচাৰ।
নানা ৰত্নে গায়নক কৰা জাতিস্কাৰ ॥

ৰামৰ আজ্ঞাক পাই ভৰত লক্ষ্মণ।
আশী সহস্ৰেক তোলা দিলন্ত তেখন ॥ ৩৩৬৪১
গায়নৰ কাষে থৈলা সোণা আশী তোলা।
নানা বস্ত্ৰ অলঙ্কাৰ সুবৰ্ণক দিলা ॥
ৰামে বোলে গীত অনুৰূপে নহে দান।
বস্ত্ৰ অলঙ্কাৰ মাল্য কৰা পৰিধান ॥ ৩৩৬৪২
দুই গায়নে বোলে শুনা ৰঘুৰ নন্দন।
বস্ত্ৰ অলঙ্কাৰে দুইৰো নাহি প্ৰয়োজন ॥
ফল মূল খায়া আমি মৌনব্ৰতে ৰহি।
তপস্বী যে আমি ধনে প্ৰয়োজন নাহি ॥ ৩৩৬৪৩
কি কৰিবো ধন জন বস্ত্ৰ অলঙ্কাৰে।
বস্ত্ৰ অলঙ্কাৰ মাল্য থাকোক ভণ্ডাৰে ॥
ৰামে বোলে তযু স্থানে জিজ্ঞাসো কাহিনী।
কাহাৰ কবিতা ৰামায়ণ গীত বাণী ॥ ৩৩৬৪৪
ইহাক শুনিলে লোকে হোৱে কিবা ফল।
আৰো যত গীত আছে কবিতা সকল ॥
এতেকে কথাক যদি সোধে ৰঘুনাথ।
দুই যে গায়নে বোলে যোৰ কৰি হাত ॥ ৩৩৬৪৫
লৱে কুশে বোলে শুনা ৰঘুৰ নন্দন।
জিজ্ঞাসিলা যত কহো শুনা বিবৰণ ॥
চৌৰাশী যে লক্ষ শ্লোক প্ৰভুৰ ব্যাখ্যান।
এঘাৰ শত সৰ্গ নিয়ে কাব্যৰ নিৰ্ম্মাণ ॥ ৩৩৬৪৬
যিসবে শুনয় মনে কৰে অভিলাষ।
সৰ্ব্বপাপ ক্ষয় হৱে বৈকুণ্ঠত বাস ॥
অপুত্ৰে শুনিলে পাৱে পুত্ৰ যে সকল।
এক কাণ্ড শুনি পাৱে অশ্বমেধ ফল ॥ ৩৩৬৪৭
তুমি এক অশ্বমেধ কৰিলা যতনে।
অশ্বমেধ ফল পাৱে যেহি জনে শুনে ॥
তযু জন্ম পূৰ্ব্বে ষাঠি হাজাৰ বৎসৰ।
অভ্যাসিত কৰিলা বাল্মীকি মুনিবৰ ॥ ৩৩৬৪৮
অৱতাৰ নাহিকে বাল্মীকি কৈলা যথা।
চাৰি বেদ সাৰ এহি কহো যত কথা ॥
অযোধ্যাকাণ্ডৰ তুমি পাইলা ছত্ৰদণ্ড।
ৰাজ্যক লৈলন্ত পাচে কৈকেয়ী পাষণ্ড ॥ ৩৩৬৪৯
তযু পিতৃ দশৰথ নাৰীৰ চাকৰ।
স্ত্ৰীৰ বাক্যে পঠাইলেক বনৰ ভিতৰ ॥
অযোধ্যাকাণ্ডৰ তুমি গৈলা বনবাসে।
মাথে হাত দিয়া কান্দে নাৰীয়ে পুৰুষে ॥ ৩৩৬৫০
সংসাৰৰ সৈন্যে দেখি কান্দে সৰ্ব্বলোকে।
প্ৰাণকে ত্যাজিলা ৰাজা পাই পুত্ৰশোকে ॥
তুমি গৈলা ভৰতেয়ো মাতামহ ঘৰে।
চাৰিপুত্ৰ থাকন্তে শৱ বাহি পৰে ॥ ৩৩৬৫১
সুগন্ধি তেলত আছিলন্ত দশৰথ।
অগ্নিকাৰ্য্য কৰিলেক আসিয়া ভৰত ॥
অৰণ্যক সীতা হৰি নিলেক ৰাৱণ।
চৈধ্যয় সহস্ৰ ৰাক্ষস ভৈলেক মৰণ ॥ ৩৩৬৫২
দুই শোকে ৰাম তুমি বৰ পালা তাপ।
কিষ্কিন্ধ্যাত বালি মাৰি মিত্ৰ হৈলা বাপ ॥
সুন্দৰাকান্দত তুমি কৈলা সেতুবন্ধ।
লঙ্কাকাণ্ডে সবংশে মাৰিলা দশস্কন্ধ ॥ ৩৩৬৫৩
সীতাক পৰীক্ষা দিয়া নৃপ বিভীষণ।
মিত্ৰ বাপ সম্ভাষিয়া কৰিলা গমন ॥
নগৰক আসি পুনু অযোধ্যাৰ ৰাজা।
উত্তৰাকাণ্ডৰ কথা পালিলেক প্ৰজা ॥ ৩৩৬৫৪
দশ হাজাৰ বৎসৰ পালিলেক জন।
নৱ হাজাৰ বৎসৰত পিতাৰ মৰণ ॥
সহস্ৰ বৎসৰ আয়ু জানাহা আটাই।
বাপৰ আয়ুক পালা তোৰা চাৰি ভাই ॥ ৩৩৬৫৫
এঘাৰ হাজাৰ বৎসৰ পালি লোকজন।
সাত হাজাৰ বৎসৰে কৈলা সীতাৰ বৰ্জ্জন ॥
যি থানত গাইলা গীত সীতা বনবাস।
মাৱৰ কথাত ভৈল গদ গদ ভাষ ॥ ৩৩৬৫৬
লৱ-কুশে শিকিলেক বাল্মীকিৰ ঘৰে।
অপূৰ্ব কথাক শুনি সবে মোহ পৰে॥
সেহিবেলা ৰঘুনাথে গীত কথা শুনি।
আপোনাৰ পুত্ৰ বুলি মনে অনুমানি ॥ ৩৩৬৫৭
দুৰ্ব্বাসা ঋষিয়ে আহি বহিবেক কোপে।
লক্ষ্মণ বৰ্জ্জিবা তুমি দুৰ্ব্বাসাৰ শাপে ॥

স্বৰ্গক যাইবাহা তুমি লৈয়া যে সংসাৰ।
আত পৰে বাল্মীকি কবি নাহি আৰ ॥ ৩৩৬৫৮
দুই শিশু ৰামায়ণ গাৱে দুই মাস।
জৈমিনী কহন্ত কথা জন্মেজয় পাশ ॥
পুনু মুনি কহিলেক শুনা জন্মেজয়।
লৱ-কুশ চৰিত্ৰ যি স্মৰে পুণ্য হয় ॥ ৩৩৬৫৯
চন্দ্ৰাদিত্য পুত্ৰ-পৌত্ৰ বাঢ়ে আয়ু যশ।
অন্তকালে হোৱে তাৰ স্বৰ্গত নিবাস ॥
জন্মে জন্মে হৌক মোৰ ৰামপদে গতি।
ৰাম ৰাম বোলা পাবা সকলে মুকুতি ॥ ৩৩৬৬০

---

বৃষকেতু-বভ্ৰুবাহনৰ ৰণ

পদ

হংসধ্বজ নৰপতি পশিলা সংগ্ৰামে।
বভ্ৰুবাহা ৰথসব কাটে অনুক্ৰমে ॥
দশ বাণে সুৰথক ৰণে সংহাৰিল।
পাঞ্চঅক্ষৌহিণী সেনা তেখনে কাটিল ॥ ৩৩৬৬১
সুৰথৰ হত দেখি বভ্ৰুবাহা ধাইলা।
সৰ্ব্ব সৈন্য গজবাজী জৰ্জৰিত ভৈলা ॥
কাটিয়া বাহিনী ৰথ কৈলা খণ্ড খণ্ড।
হংসধ্বজ ৰাজাৰ কাটিলা ছত্ৰদণ্ড ॥ ৩৩৬৬২
কুলিশ কুঠাৰ তুলি হানয় হৃদয়।
মূৰ্চ্ছা যাই হংসধ্বজ ভূমিত পৰয় ॥
পালটিল নয়ন ৰুধিৰ বহে মুখে।
বজ্ৰসম দৃঢ় শৰ প্ৰবেশিলা বুকে ॥ ৩৩৬৬৩
হেন দেখি সুবেগ ধাইলন্ত কোপ কৰি।
নৱ শৰে বভ্ৰুবাহা হৃদয় বিদাৰি ॥
ৰথ-ধ্বজ ধনুশৰ ছেদি তীক্ষ্ণশৰে।
প্ৰহাৰি সহস্ৰ শৰ ভেদি কলেৱৰে ॥ ৩৩৬৬৪
অযুতে নিযুতে সৈন্য কৰয় সংহাৰ।
নৱশত গজ মাৰে ঘোটক আপ্পাৰ ॥
ৰুধিৰে বহয় নদী মাংসে ভৈলা পঙ্ক।
মেদিনী মণ্ডল জুৰি চৰে গৃধ্ৰ কঙ্ক ॥ ৩৩৬৬৫
অশেষ হস্তীৰ মুণ্ড দুই কৰে তুলি।
চৰয় পিশাচগণে ৰণস্থলী মিলি ॥
যক্ষগণ ভৈৰৱ যোগিনী নিশাচৰে।
গজমুণ্ডে যন্ত্ৰ বাৱে সিংহনাদ কৰে ॥ ৩৩৬৬৬
শগুনীয়ে নৃত্য কৰে পখা দুই তুলি।
নদীত ভাসিয়া যাই শগুনী শৃগালী ॥
যক্ষ পিশাচগণ যোগিনী নিশাচৰী।
গজমুণ্ড লৈয়া কৰে প্ৰহাৰা প্ৰহৰি ॥ ৩৩৬৬৭
অৰ্জ্জুনৰ সেনাক আৱৰি শৰজালে।
বৃষকেতু প্ৰভৃতি পৰিল ভূমিতলে ॥
মহাবীৰগণ পৰিলন্ত মহীতলে।
হেন দেখি অৰ্জ্জুন যে ক্ৰোধত জ্বলিলে ॥ ৩৩৬৬৮
বৃষকেতু সমে পাৰ্থ কৰয় সম্বাদ।
যজ্ঞ কাৰ্য্য নষ্ট ভৈলা মিলিলা প্ৰমাদ ॥
হংসধ্বজ আদি কৰি পৰিলা সংগ্ৰামে।
বৰ বৰ বীৰসব পৰি অনুক্ৰমে ॥ ৩৩৬৬৯
হস্তিনাক চলি যাৱা নৃপতিৰ স্থানে।
সকলে বৃত্তান্ত তুমি কহা বিদ্যমানে ॥
প্ৰাণ লৈয়া নযাইবোহো হস্তিনা নগৰী।
প্ৰাণ সমৰ্পিলো আজি ঘোৰা সঙ্গে কৰি ॥ ৩৩৬৭০
তোমাৰ কুশলে পিতৃ জলাঞ্জলি আশা।
আমাৰো গোত্ৰৰ মাজে তুমিসে ভাৰষা ॥
বৃষকেতু সমে কথা কহে হেন কালে।
উলুকা পৰিল আসি কপিধ্বজ জালে ॥ ৩৩৬৭১
তেজবৃষ্টি ভৈলা তাত বহে খৰবাত।
ঘোৰ বন ছাৰি মৃগ ভৈলাহা সাক্ষাত ॥
আপুনাৰ নাশন দেখয় পাৰ্থবীৰ।
দেখি নানা অমঙ্গল মন নহে থিৰ ॥ ৩৩৬৭২
বামচক্ষু বাম বাহু ফন্দে ঘনে ঘন।
অমঙ্গল দেখি পাৰ্থ থিৰ নহে মন ॥
বৃষকেতু সম্বোধিয়া বুলিলা বচন।
বিপৰীত মিলে আসি শুনা দিয়া মন ॥ ৩৩৬৭৩

হস্তিনানগৰে চলা নৃপতি-সদন।
কৃষ্ণ ভীম কুন্তী আগে কহিবা বচন ॥
নিশ্চয় জানিবা ঐত আমাৰ মৰণ।
হস্তিনাক লাগি তুমি কৰিয়ো গমন ॥ ৩৩৬৭৪
দীক্ষিত হই আছে ৰাজা যজ্ঞ কৰিবাৰ।
নভৈল যজ্ঞৰ কাৰ্য্য কিছু প্ৰতিকাৰ ॥
হস্তিনা নগৰে শুনি হৈব বিপৰীত।
আশীৰ্ব্বাদ নকৰিলা দ্বাদশ আদিত্য ॥ ৩৩৬৭৫
ত্ৰিদশ দেৱতা মোক নেদিলেক বৰ।
যজ্ঞত কপট কিবা কৈলা নৰেশ্বৰ ॥
তপস্বী সন্ন্যাসীগণ মুনিগণ ঋষি।
নকৰিলা আশীৰ্ব্বাদ ৰাজকাৰ্য্যে আসি ॥ ৩৩৬৭৬
গৌৰীব্ৰত নকৰিলা অকুমাৰী নাৰী।
মঙ্গল কৰিলা আসি হুয়া অনাচাৰী ॥
যজ্ঞকাৰ্য্যে ঘৃত নশোধিলা মুনিগণে।
বিপৰীত আমাৰ মিলিল সিকাৰণে ॥ ৩৩৬৭৭
বৃষকেতু বোলে খুৰা নহে ব্যৱহাৰ।
কোন লাজে ৰণ এৰি বোলাহা যাবাৰ ॥
কৰ্ণৰ নন্দন আমি আদিত্যৰ নাতি।
ত্ৰিভুৱনে কাৰ ভয় আছে মোৰ প্ৰতি ॥ ৩৩৬৭৮
সংগ্ৰামক কৰিবো জানা নহৈবো কাতৰ।
বচন বোলো তুমি নহৈবা ভয়াতুৰ ॥
কণ্ঠাগত প্ৰাণ যদি নযাইবোহো এৰি।
মনে লবে যদি বাপ যাবা ৰণ ছাৰি ॥ ৩৩৬৭৯
ভদ্ৰাৱতী নাৰি দেখি হাসিব আমাৰ।
সমুখ সমৰ এৰি নযাইবোহো ঘৰ ॥
সমৰ কৰিয়া হেৰা মাৰো বভ্ৰুবাহা।
ৰথত থাকিয়া তুমি ভালে ৰঙ্গ চাহা ॥ ৩৩৬৮০
দ্বিজকাৰ্য্যে মিত্ৰকাৰ্য্যে সমুখ সমৰে।
গো-ধেনু ৰাখিয়া প্ৰাণ মৰে যিবা নৰে ॥
সপ্তস্বৰ্গ স্থান তাৰ জানিবা নিশ্চয়।
কৰ্ণৰ নন্দন আমি সমৰে নিৰ্ভয় ॥ ৩৩৬৮১
এহি বুলি অৰ্জ্জুনক প্ৰণাম কৰিয়া।
দিব্য ৰথে চৰ্হি বীৰ সিংহনাদ বায়া ॥

কৰ্ণমানে ধনু টানি এৰিলেক শৰ।
হুঙ্কাৰ কৰিয়া বভ্ৰুবাহাৰ উপৰ ॥ ৩৩৬৮২
তিনিশৰ এৰিলেক যেন যমকাল।
বভ্ৰুবাহা হৃদয়ত পশিলা সকল ॥
ভাগীৰথী জলে স্নান কৰিলা হৰিষে।
বৃষকেতু টোণে আসি তিনিবাণ পশে ॥ ৩৩৬৮৩
পুনৰপি বৃষকেতু তিনিবাণ এৰি।
অশ্ব ৰথ সাৰথিক পেশে যমপুৰী ॥
পুনু দশ শৰে তনু কৰিলা জৰ্জ্জৰ।
ৰথ ধ্বজ পতাকা কাটিলা বীৰবৰ ॥ ৩৩৬৮৪
সিংহনাদ কৈলা তিনিলোক কম্পমান।
কম্পিলাহা বভ্ৰুবাহা খায়া তিনিবাণ ॥
দশ বাণ এৰিলেক প্ৰচণ্ড প্ৰতাপ।
অগ্নি জ্বলি আসে দেখি যেন কালসাপ ॥ ৩৩৬৮৫
কনকে ৰচিত বাণ তীক্ষ্ণ খুৰ শাণ।
ৰথ ধ্বজ সাৰথিক কৰি খান খান ॥
অগ্নিবাণ এৰি বীৰে কৰিয়া সন্ধান।
বৃষকেতু বীৰে নিবাৰিলা দিব্যবাণ ॥ ৩৩৬৮৬
বৃষকেতু ব্ৰহ্মঅস্ত্ৰ এৰিলা ত্বৰিতে।
বিষ্ণুবাণে নিবাৰিলা অৰ্জ্জুনৰ সুতে ॥
গিৰিঅস্ত্ৰ বভ্ৰুবাহা এৰে কোপ কৰি।
ৰুদ্ৰবাণে বৃষকেতু তাহাক নিবাৰি ॥ ৩৩৬৮৭
শৰে শৰ নিবাৰিল দুই মহাবলী।
অন্যো অন্যে দুই ভেদে হুয়া কৌতূহলি।
সৈন্যসব কাটিয়া পাৰয় দুই বীৰে।
যুগান্তৰ যম যেন সংসাৰ সংহৰে ॥ ৩৩৬৮৮
ৰথী ৰথ গজ বাজী সৈন্য বহুতৰ।
যমপুৰে পেশিলেক কৰ্ণৰ কুমাৰ ॥
বৃষকেতু সমৰ দেখিয়া বভ্ৰুবাহা।
দাৰুণ বিষ্ণুবাণ গুণত জুৰিলাহা ॥ ৩৩৬৮৯
কালযম অগ্নি যেন তেজ ভয়ঙ্কৰ।
শৰ দেখি দেৱাসুৰ কম্পে থৰ থৰ ॥
অস্ত্ৰ ঘুৰি বোলে শুন কৰ্ণৰ নন্দন।
এহি অস্ত্ৰে হৈব আজি তোমাৰ মৰণ ॥ ৩৩৬৯০

এহি বুলি বভ্রুবাহা এৰিলেক শৰ।
বলিবধে বজ্র যেন এৰে পুৰন্দৰ ॥
বায়ুবেগে শৰপাত সমুখে যে আইলা।
বৃষকেতু তৃণহেন কৰিয়া উৰাইলা ॥ ৩৩৬৯১
দশোদিশ নদী নদ সপ্ত যে সাগৰ।
ফুৰি ফুৰি গৈলা বীৰ সূৰ্য্যৰ গোচৰ ॥
হৰিষে অৰ্জ্জুনসুতে কৰে নিৰীক্ষণ।
নিৰেক্ষি নিৰেক্ষি তাঙ্ক চাহে দেৱগণ ॥ ৩৩৬৯২
মুহূৰ্ত্তেকে ভ্রমিলেক সকল সংসাৰ।
পাৰ্থৰ সমুখে পৰে কৰ্ণৰ কুমাৰ ॥
ৰথ ধ্বজ সাৰথিক ৰাখিলা তেখন।
মহাতেজ বীৰ্য্য বীৰ কৰ্ণৰ নন্দন ॥ ৩৩৬৯৩
বজ্র সম পাঞ্চ বাণ কৰিলা প্ৰহাৰ।
বভ্রুবাহা বুকে পৰি পিঠি ভৈলা বাইৰ ॥
হৃদয়তে দিয়া শৰ তুলিলা আকাশে।
ভ্রমিয়া ভ্রমিয়া গৈলা সূৰ্য্যৰ সম্পাশে ॥ ৩৩৬৯৪
প্রচণ্ড বিশাল শৰ ঘনে নৈলা পাক।
ঘনে ঘনে ফুৰে যেন কুমাৰৰ চাক ॥
পদ্মাৱতী নদী তীৰে ৰথ ভৈলা থিৰ।
ভঙ্গ হৈয়া পৰে ৰথ ভূমিৰ উপৰ ॥ ৩৩৬৯৫
আউৰ শৰ বৃষকেতু জুৰিলা ধনুত।
পুনৰপি আকাশক উৰায়া নিলন্ত ॥
সূৰ্য্যতাপে দগ্ধ হুয়া ৰথ ভৈলা দূৰ।
আঠ ঘোৰা সাৰথি পশিলা যমপুৰ ॥ ৩৩৬৯৬
আন ৰথে বভ্রুবাহা চৰিলা ত্বৰিতে।
সিয়ো ৰথ কাটিলা দাৰুণ কৰ্ণসুতে ॥
যেহি ৰথে বভ্রুবাহা চৰয় তেখন।
সেহি ৰথ কাটি পাৰে কৰ্ণৰ নন্দন ॥ ৩৩৬৯৭
ৰথ কাটি বৃষকেতু বোলে উচ্চৈস্বৰে।
এহি মুখে বভ্রুবাহা নাম কহ বীৰে ॥
হংসধ্বজ আদি কৰি জিনি বীৰগণ।
একো একো কৰি জিনিলিহি ঘোৰ ৰণ ॥ ৩৩৬৯৮
মোৰ শৰে উৰাই তোক সূৰ্য্য দৰশন।
কিমতে কৰিবা ৰণ থিৰ নহে মন ॥

বৃষকেতু বাক্য শুনি কোপে বভ্রুবাহা।
ভয়ঙ্কৰ শৰগোট গুণে যুৰিলাহা ॥ ৩৩৬৯৯
দৃঢ়তৰ সন্ধানে হানিলা তিনিশৰ।
আকাশৰ পথে কাটে কৰ্ণৰ কুমাৰ ॥
পুনুৰপি তিনিবাণে হৃদয় ভেদিলা।
গজ বাজী সৈন্য পেলাইলা ছেদিয়া ॥ ৩৩৭০০
সমৰত বৃষকেতু বভ্রুবাহা জিনি।
অৰ্জ্জুনক সম্বোধিয়া বুলিলেক বাণী ॥
বভ্রুবাহা আনি দিবো দাৰুণ সমৰে।
এহিবুলি এৰিলেক লক্ষ লক্ষ শৰে ॥ ৩৩৭০১
ৰথে সমে বভ্রুবাহা অস্ত্রে আবৰিলা।
জাম্প দিয়া বৃষকেতু উপৰে পৰিলা ॥
উপৰে পৰিয়া বীৰ তৰিলা ধনুকে।
মৰ্ম্মস্থানে তাৰি তান মাৰিলেক বুকে ॥ ৩৩৭০২
একে ৰথে দুই বীৰে কৰয় সমৰ।
বহু শৰ হানিয়া বিদাৰে কলেবৰ ॥
শৰাঘাৱে বভ্রুবাহা ৰথে নহে থিৰ।
জৰ্জৰিত হুয়া বীৰ বহয় ৰুধিৰ ॥ ৩৩৭০৩
দুই বীৰ ৰথ হন্তে নামিলা ধৰণী।
অঙ্গ খণ্ড খণ্ড ভৈলা তীক্ষ্ণ শৰে হানি ॥
খনো ৰথে চৰে খনো ৰথ পৰিহৰে।
অন্তৰীক্ষে গতি দুইৰো গগন সঞ্চাৰে ॥ ৩৩৭০৪
উঠন্ত পৰন্ত চক্ৰসদৃশ ভ্রমন্ত।
বজ্ৰবাণে দুহানো যে দুহাঙ্কো ভেদন্ত ॥
বাণ বৰিষয় দুইকো দুই সিংহপ্ৰায়।
যেন দুই মত্তগজে সংগ্ৰাম কৰয় ॥ ৩৩৭০৫
যেন দুই বাঘে ৰণ কৰে অৰণ্যত।
মহাবেগে ধাৱে দুইকো দুই মহামত্ত ॥
দুই জৰ্জ্জৰিত ভৈলে তেজে তিতিলেক।
বসন্তে ফুটিল যেন যুগান্ত অশোক ॥ ৩৩৭০৬
দুয়ো শৰ বৰিষন্ত দুয়ো নিবাৰন্ত।
দুইকো দুই বল দেখাই সংগ্ৰাম কৰন্ত ॥
দুহানো বাণৰ ঘাৱে মাংস খহি পৰে।
গগনে গৃধ্রিনী কাকে তাকে লৈয়া উৰে ॥ ৩৩৭০৭

অযুতে নিযুতে দুয়ো মাৰি পাৰে বীৰ।
দগধ মণ্ডিত দেহা ৰুধিৰ শৰীৰ ॥
বৃষকেতু ধৰিলেক বভ্রুবাহা তুলি।
ধৰণীত আচাৰ মাৰিলা মহাবলী ॥ ৩৩৭০৮
বিদ্যুত সঞ্চাৰে বীৰ উঠিলা তেখন।
বৃষকেতু ধৰি তুলি ক্ষেপিলা গগন ॥
জাম্প দিয়া গগনে উঠিলা কর্ণসুত।
গগনে সঞ্চাৰে যেন দেখিয় বিদ্যুত ॥ ৩৩৭০৯
শৰবৃষ্টি কৰি ভেদে বভ্রুবাহা অঙ্গে।
শৰঘাৱে তেজে স্রাবে বহয় তৰঙ্গে ॥
এহিমতে পাঞ্চ দিন আছিলেক ৰণ।
স্নান দেৱার্চ্চন নাহি শয়ন ভোজন ॥ ৩৩৭১০
বৃষকেতু ৰণ দেখি তেজ বীৰ্য্য দর্প।
ক্রোধিলেক বভ্রুবাহা যেন কালসর্প ॥
অৰ্দ্ধচন্দ্র বাণে লৈলা অৰুণ লোচন।
শুন শুন বাক্য মোৰ কর্ণৰ নন্দন ॥ ৩৩৭১১
এহি শৰগোটে আজি যাইবা যমঘৰ।
কণ্ঠে প্ৰাণ থাকন্তে স্মৰ গদাধৰ ॥
এহি বুলি শৰ এৰে প্রচণ্ড দুৰ্ব্বাৰ।
অন্তৰীক্ষে আসি শৰে কৰিলা সংহাৰ ॥ ৩৩৭১২
কম্পিলেক বভ্রুবাহা স্মৰি দুৰ্গা দেৱী।
প্ৰতাপে অনন্ত যেন অন্তকালে ৰবি ॥
বৈষ্ণৱ যে শৰগোট দেখিতে দুৰ্জ্জয়।
তেজ বীৰ্য্য তাৰ যেন দেখি অগ্নিময় ॥ ৩৩৭১৩
অগৰু চন্দনে উঠি আছে কলেৱৰ।
কনকে মণ্ডিত সুচৰিত বীৰবৰ ॥
প্রচণ্ড শৰক লৈলা বভ্রুবাহা বীৰ।
ঝটংকাৰ শব্দে কাটি বৃষকেতু শিৰ ॥ ৩৩৭১৪
উৰিয়া পৰিল শিৰ অৰ্জ্জুন চৰণে।
মুখ ভৰি হৰি হৰি স্মৰে নাৰায়ণে ॥
কুণ্ডল সহিতে মুণ্ড ৰথত পৰয়।
চন্দ্ৰৰ মণ্ডল যেন ধূলায়ে লোটয় ॥ ৩৩৭১৫
ৰণ জিনি বভ্রুবাহা শঙ্খধ্বনি কৰে।
আনন্দ হৃদয় বীৰ তুষ্ট কলেৱৰে ॥
মুণ্ড দেখি ধনঞ্জয় গলত বান্ধিলা।
মুখে মুখ দিয়া বীৰে অনেক কান্দিলা ॥ ৩৩৭১৬
বিলাপ কৰিয়া কান্দে বাগৰিয়া ধূলি।
হা হা বৃষকেতু বুলি কান্দে শোকাকুলি ॥
ক্রোধৱন্ত হুয়া কেনে নকৰা সমৰ।
আষাৰেক সম্বোধিয়া নোবোলা আমাৰ ॥ ৩৩৭১৭
কোন মুখে যাইবো আৰ হস্তিনা নগৰী।
কি বুলিয়া প্ৰবোধিবো কুন্তী বৰনাৰী ॥
মোৰ বিদ্যমানে তোৰ ভৈলা হেন গতি।
কি বুলিয়া প্ৰবোধিবো ধৰ্ম্ম নৰপতি ॥ ৩৩৭১৮
যাত্রা কাল সময়ত সমৰ্পিলা হাতে।
সহদেৱ নকুল যে আমাৰ আগতে ॥
ভীমসেন দ্ৰৌপদী যে আৰো কুন্তী মাৱ।
হাতে হাতে সমৰ্পিয়া বুলি বহু ভাৱ ॥ ৩৩৭১৯
সংগ্রামত বৃষকেতু কৰিবা পালন।
এহিসে আছয় জানা কুলৰ বন্ধন ॥
তাসম্বাক কি বুলিয়া প্ৰবোধ কৰিবো।
তযু শোকানলে মই প্ৰাণক ত্যাজিবো ॥ ৩৩৭২০
ভীম মেঘবর্ণ দুই কৰিয়া সঙ্গতি।
যৌৱনাশ্ব জিনি ঘোৰা আনিলা সম্প্রতি ॥
হেন পুত্ৰ পৰি আছে ধূলায়ে ধূসৰ।
অদ্যাপি পাপিষ্ঠ প্ৰাণ ৰহি আছে মোৰ ॥ ৩৩৭২১
হা হা পুত্ৰ হাসিয়া সম্মতি দিয়া মোকে।
প্ৰাণ ফুটি যাই মোৰ তুমি পুত্ৰশোকে ॥
বীৰ ব্ৰত আচৰিয়া গৈলা স্বৰ্গপুৰে।
আমাক বুৰায়া গৈলা এ শোক সাগৰে ॥ ৩৩৭২২
সবে মৰি একপুত্ৰে ৰৈল মূৰ্ত্তিমন্ত।
নিদাৰুণ বিধাতাই কৰিলেক অন্ত ॥
অভিমন্যু পুত্ৰ গৈলা বৃষকেতু আছে।
পিতৃলোকে জলাঞ্জলি পিণ্ড অভিলাষে ॥ ৩৩৭২৩
আচম্বিতে বিধাতাই মিলাইলা অপায়।
শোকে হৃদি বিদাৰয় প্ৰাণ ফুটি যায় ॥
কিমতে ধৰিবো শৃগালে খান্তে প্ৰাণে।
ধৰিবোহো কেনমতে খাহন্তে শগুনে ॥ ৩৩৭২৪

হা হা হৰি নাৰায়ণ কৃপাৰ সাগৰ।
তুমি বিনে গতি নাহি পাপী অৰ্জ্জুনৰ॥
বৃষকেতু মৰণে কিসক নযাওঁ মৰি।
ধিক ধিক চোৰ আমি কিয় নযাওঁ মৰি॥ ৩৩৭২৫
এহি বুলি ধনঞ্জয় পৰিয়া ভূমিত।
গলত মুণ্ডক বান্ধি ভৈলন্ত মূৰ্চ্ছিত॥
হেন দেখি বভ্রুবাহা মিলিল নিকটে।
ধনুৰ চুলাক দিয়া পাৰ্থ গাৱে ফুটে॥ ৩৩৭২৬

বভ্রুবাহন-অৰ্জ্জুনৰ ৰণ

বোলে ধনঞ্জয় শুন অকপট বাণী।
দেখিয়া দাৰুণ ৰণ শঙ্কা হেন মানি॥
দ্ৰোণ ভীষ্ম কৰ্ণ দুঃশাসন জয়দ্ৰথ।
শল্য শকুনি ভূৰিশ্ৰৱা ভগদত্ত॥ ৩৩৭২৭
কুৰুসৈন্য মাৰি তুমি কৰিলা জয়তি।
আবে শোকাকুল কৰা কেনে হেন মতি॥
ক্ষত্ৰিয়ৰ ধৰ্ম্ম এহি নহে ধনঞ্জয়।
সমৰ দেখিয়া কেনে পালা বৰ ভয়॥ ৩৩৭২৮
কাটা শিৰ গলে বান্ধি কান্দাহা কাতৰে।
দিব্যৰূপে বৃষকেতু গৈলা স্বৰ্গপুৰে॥
তাহাক গলত বান্ধি কান্দা কি কাৰণ।
তুমি সম বীৰ নাহি ইতিনি ভুৱন॥ ৩৩৭২৯
বেশ্যাপুত্ৰ সমে ৰণে হৰে কেন বোল।
উঠি ৰণ কৰা বীৰ ত্যজি শোকাকুল॥
ঘোৰ ৰণে আমাক জিনিয়া বাহুবলে।
ঘোৰা নিয়া যজ্ঞ কৰা গৈয়া কৌতূহলে॥ ৩৩৭৩০
উঠা উঠা বাপ কেনে ধূলায়ে লোটয়।
ভয় পৰিহৰি শীঘ্ৰে কৰা ৰণ জয়॥
বভ্রুবাহা বাক্য শুনি অৰ্জ্জুনে কোপিলা।
ঘৃতাহুতি পায়া যেন অগনি জ্বলিলা॥ ৩৩৭৩১
বচন অঙ্কুশে যেন পালটিল গজ।
উঠি বৃষকেতু শিৰ বান্ধিলেক ধ্বজ॥
পাৰ্থে বোলে দুষ্ট তোৰ ভাঙ্গিবো বড়াই।
শিৰ কাটি পঠাওঁ যমসদনৰ ঠাই॥ ৩৩৭৩২
মোৰ সেনাগণ যত কৰিলি সংহাৰ।
মোৰ হাতে আজি তোৰ নাহিকে নিস্তাৰ॥
বৃষকেতু মাৰি তোৰ বাঢ়ি আছে গৰ্ব।
সেহি অহঙ্কাৰে তোৰ চূৰ্ণ হৈব সৰ্ব্ব॥ ৩৩৭৩৩
তোৰ অন্তকাল হুয়া ভৈলো উপস্থিত।
কালসৰ্প শৰে তোৰ পিয়াইবো শোণিত॥
এহি বুলি ধনঞ্জয় শৰবৃষ্টি কৰি।
গিৰি শিখৰক যেন বৃষ্টিয়ে আবৰি॥ ৩৩৭৩৪
বভ্রুবাহা সৈন্য কাটি কৰিলা সংহাৰ।
গজ বাজী ৰথ ৰথা পদাতি অপাৰ॥
প্ৰলয়ৰ অগ্নি যেন সংসাৰ দহিলা।
সেহিমতে ধনঞ্জয় সকলে কাটিলা॥ ৩৩৭৩৫
দশ বাণ ধনঞ্জয় ধনুত যুৰিলা।
লক্ষ লক্ষ বাণগণে সৈন্য আবৰিলা॥
গজ ৰথ ঘোটক পদাতি যত যত।
অৰ্দ্ধচন্দ্ৰ বাণে ছেদি কৰিলেক হত॥ ৩৩৭৩৬
তুলাপুঞ্জ পোৰে যেন জ্বলন্ত অনলে।
সেহিমতে সেনাগণ অৰ্জ্জুনে উৰালে॥
শৰবৃষ্টি অন্ধকাৰ কৰি দশোদিশে।
অযুতে নিযুতে বাণ এৰিলা হৰিষে॥ ৩৩৭৩৭
কাৰো উৰু কাৰো হাত শিৰ মধ্যদেহ।
সকলে কাটিয়া পাৰ্থে কৰিলা নিশেষ॥
প্ৰলয়ৰ বায়ু যেন বৃক্ষ উপাৰিলা।
সেহিমতে ধনঞ্জয় সকলে ছেদিলা॥ ৩৩৭৩৮
মুক্তিপদ পাই বীৰ যাই স্বৰ্গপুৰী।
দাৰুণ অৰ্জ্জুন বাণে সকলে সংহৰি॥
অৰ্জ্জুনৰ বাণে সেনাগণে পায়া ত্ৰাস।
অসংখ্য পদাতি যমপুৰে দিলা বাস॥ ৩৩৭৩৯
প্ৰলয় মিলিল হেন ভাবিলেক লোকে।
অৰ্জ্জুনৰ বাণে সবে বিদাৰিলা বুকে॥
মণিপুৰে নৰ-নাৰী ব্যাকুল শৰীৰ।
ভয়ে সবে নৰ-নাৰী গৃহৰ বাহিৰ॥ ৩৩৭৪০
সেনাহত দেখি বভ্রুবাহায়ো কোপিলা।
যমদণ্ড হেন শৰ গুণত যুৰিলা॥

আঠ শৰে আঠ ঘোৰা লৈলন্ত পৰাণ।
এক শৰে সাৰথিৰ কৰিলা নির্য্যাণ ॥ ৩৩৭৪১
তিনি বাণে কাটিয়া পেলাইলা কপিধ্বজ।
দুই বাণে বভ্রুবাহা পেলাই সব সাজ ॥
দশ বাণ হৃদয়ে হানিলা দৃঢ়তৰে।
বভ্রুবাহা কাটিয়া পাৰিলা তিনিশৰে॥ ৩৩৭৪২
অযুতে নিযুতে শৰ প্রহাৰয় দুই।
কাকো কেৰে জিনিবাক বলে শক্ত মুই ॥
ধনু টঙ্কাৰিয়া বোলে বভ্রুবাহা বীৰ।
উপহাস্য কৰি বোলে পার্থ মহাবীৰ ॥ ৩৩৭৪৩
এহিসে কুৎচিত শৰ শিখাইলন্ত দ্রোণে।
কিবা অস্ত্র তোমাক দিলন্ত দেৱগণে ॥
এহি অস্ত্রতেজে ভৈলা জগত বিজয়।
এহি অস্ত্রে ভীষ্ম দ্রোণ কর্ণ কৈলা ক্ষয় ॥৩৩৭৪৪
তেজ বীর্য্য নাহি অস্ত্র এবা কি কাৰণ।
আমাৰ শৰীৰে আসি বাজে তৃণ হেন ॥
পতিব্রতা মাৰ তোক ভুলিলা অকাজে।
তোৰ তুল্য বিবুদ্ধিয়া নাই ক্ষত্র মাজে॥ ৩৩৭৪৫
তাৰ ফল পাৱ আজি শুনৱে দুর্ম্মতি।
মোৰ হাতে আজি তোৰ যমপুৰে গতি ॥
দেশে পুনু যাৱা আজি মাগি পৰাজয়।
তেবে জানা আজি তোৰ প্রাণ ৰক্ষা হয় ॥ ৩৩৭৪৬
সহায় আসোক তোৰ পিতৃ পুৰন্দৰ।
তথাপি নিস্তাৰ নাই শুনৱে বর্ব্বৰ ॥
যাৰত স্মৰিয়ো তই দেৱ ভগৱান।
তাৰত তোমাক লাগি নেৰিবোহো বাণ॥ ৩৩৭৪৭
যৈক বৃষকেতু গৈল তুমি তৈকে যাৱা।
খুৰা ভ্রাতৃপুত্রে গৈয়া একত্রে বঞ্চিবা ॥
পৰলোকে হিত চিন্তা বোলা হৰি হৰি।
কৃষ্ণনাম বিনে জানা নাহি ভৱ তৰি ॥ ৩৩৭৪৮
তযু বধে ত্রিজগতপতি কৃষ্ণ নাই।
কেনমতে তোৰ দেহা ৰৈব মোৰ ঠাই ॥
হেন জানা সখা তোৰ হোৱে নাৰায়ণ।
তাকে জানি মনে কৃষ্ণ কৰিয়ো স্মৰণ॥ ৩৩৭৪৯
বভ্রুবাহা বাক্য শুনি কোপে ধনঞ্জয়।
কনকে ৰচিত বাণ লৈলা অতিশয় ॥
শৰে অন্ধকাৰ কৈলা গগনমণ্ডল।
সূর্য্যৰ উদয় নাহি পৱন অচল ॥ ৩৩৭৫০
বভ্রুবাহা হানি কৈলা শৰীৰ জর্জৰ।
শৰঘাৰে বভ্রুবাহা কৰে থৰ থৰ ॥
শৰ সহি হানে বীৰে অর্জ্জুনৰ বক্ষে।
শৰঘাৰে ব্যাকুল যে আন নাহি দেখে॥ ৩৩৭৫১
পুত্রশৰে জর্জ্জৰিত ভৈলা ধনঞ্জয়।
ধনু হাতে লৈবে নৱে শক্তি ভৈলা ক্ষয় ॥
শৰ পাসৰিলা বীৰে জাহ্নবীৰ শাপে।
বিপৰীত মিলিল ব্যাকুল ভৈলা তাপে ॥৩৩৭৫২
মোৰ শৰে ত্রিভুৱনে কৰিলেক জয়।
হেনমতে ব্যর্থ গৈলা দৈৱগতি হয় ॥
তেজ বীর্য্য বল যত সবে ভৈলা ক্ষয়।
মিলিল মৰণ মোৰ জানিলো নিশ্চয় ॥ ৩৩৭৫৩

বভ্রুবাহাৰ হাতত অর্জ্জুনৰ পতন

জ্বালা সতী দেৱী নীলধ্বজৰ ৰমণী।
কাষ্ঠ কৰি গঙ্গাতীৰে মৰিছয় জ্বালি ॥
অর্জ্জুন বিনাশ চিন্তি ভক্তি কৰি মনে।
শৰৰূপে ৰহি আছে বভ্রুবাহা টোণে ॥ ৩৩৭৫৪
সেহি শৰ বভ্রুবাহা লৈলা দৈৱযোগে।
জ্বলন্ত অগনি জ্বলে শৰমুখভাগে ॥
দেৱ দৈত্য গন্ধর্ব্ব কিন্নৰ বিদ্যাধৰ।
সিদ্ধ মুনি তপস্বীৰ দুখ মনে বৰ ॥ ৩৩৭৫৫
পুত্রহাতে অর্জ্জুনৰ মিলিল বিনাশ।
তাতকে দুর্দশা মিলি ছাৰয় নিশ্বাস ॥
শতে শতে উল্কা পৰে মেদিনী লৰয়।
তেজবৃষ্টি খৰ বায়ু সিকালে বহয় ॥ ৩৩৭৫৬
নির্ঘাৎ শবদ এক কম্পয় মেদিনী।
মৃগ পক্ষী সকলে ত্যাজিলা ভক্ষ্য পানী ॥
বভ্রুবাহা এৰিল সন্ধানে পূৰি বাণ।
দেখি পার্থ মহাবীৰ উৰিল পৰাণ ॥ ৩৩৭৫৭

প্ৰলয় অনল যেন তেজ জ্যোতির্ম্ময়।
আকাশে উৰিয়া আসে দেখি পাইলা ভয় ॥
ভয় পায়া হৰি হৰি স্মৰে পাৰ্থ বীৰ।
অন্তৰীক্ষে কাটি পাৰে অৰ্জ্জুনৰ শিৰ ॥ ৩৩৭৫৮
দুই খণ্ড হুয়া পৰে পাণ্ডুৰ নন্দন।
কৃষ্ণ বাসুদেৱ হৰি স্মৰয় বদন ॥
কুণ্ডল সহিতে মুণ্ড ভূমিত শোভয়।
আকাশৰ সূৰ্য্য যেন ধূলায়ে লোটয় ॥ ৩৩৭৫৯
বৃষকেতু নিকটে পৰিল মুণ্ডগোট।
গিৰি শৃঙ্গ ভাঙ্গি যেন পায়া বজ্ৰ চোট ॥
পৰিলেক ধনঞ্জয় পুত্ৰৰ হাতত।
গৰুড়ৰ হাতত যেন ভৈলা সৰ্প হত ॥ ৩৩৭৬০
সৰ্ব্বলোক হাহাকাৰ কৰয় সদায়।
বিপৰীত দেখি মহী কম্পি কম্পি যায় ॥
জলনিধি টলিলেক নদী নদ হ্ৰদ।
উলটি পালটি বহে নদী নদ যত ॥ ৩৩৭৬১
জল স্থল কম্পিলেক উকৰাইলা বাৰে।
বিপৰীত ৰবি ৰথ তেখনে চলাৰে ॥
বৃষকেতু ধনঞ্জয় পৰিল সমৰে।
হৰষিতে বভ্ৰুবাহা সিংহনাদ কৰে ॥ ৩৩৭৬২
ৰণ জিনি বভ্ৰুবাহা হৰষিত মন।
আনন্দিতে পুৰীমধ্যে কৰিলা গমন ॥
বজাৰে বিয়াল্লিশ বাদ্য জয় হুলস্থুলি।
পুষ্পবৃষ্টি কৰে ভৰি আঞ্জলি আঞ্জলি ॥ ৩৩৭৬৩
বিপ্ৰগণে বেদ পঢ়ে ভট্টমা পয়াৰ।
বেশ্যাগণে নৃত্য কৰে মঙ্গল আচাৰ ॥
অগৰু চন্দন গন্ধ কুসুম কস্তুৰি।
পৰস্পৰে আনন্দিত কৰে সবে পুৰি ॥ ৩৩৭৬৪
ৰণ জিনি ক্ৰীড়া কৰি বভ্ৰুবাহা সেনা।
ধ্বজ যষ্ঠী পতাকা তুলিল বীৰ বানা ॥
শুভক্ষণ যাত্ৰা বাজা পুৰীৰ ভিতৰ।
স্ত্ৰীসবে অৰ্ঘ্য লৈয়া মিলিলা গোচৰ ॥ ৩৩৭৬৫
পৰম সুন্দৰী কন্যা পিন্ধি অলঙ্কাৰ।
মঙ্গল কৰয় নাৰী হৰিষ আপাৰ ॥
আথই দধি বা সিঞ্চে পদুলি নগৰে।
মনিপুৰীলোকে কৰে মঙ্গল আপাৰে ॥ ৩৩৭৬৬

অৰ্জ্জুনৰ মৃত্যুত চিত্ৰাঙ্গদাৰ শোক

ঘৰে ঘৰে নৃত্য কৰি গীত মহোৎসৱে।
মৃদঙ্গ মসৰি তেবে কৰে শঙ্খবাৰে ॥
সংসাৰে বিজয় বীৰ নামে ধনঞ্জয়।
বভ্ৰুবাহা তাৰ শিৰ কাটি কৈলা ক্ষয় ॥ ৩৩৭৬৭
বৃষকেতু আদি বীৰ পৰিল সমৰে।
অন্তঃপুৰে পশিল চিত্ৰাঙ্গদা গোচৰে ॥
চৰ বাক্য শুনি দেৱী ভৈলন্ত মূৰ্চ্ছিত।
বজ্ৰঘাৰ মাথে যেন পৰি আচম্বিত ॥ ৩৩৭৬৮
প্ৰাণনাথ বুলিয়া হৃদয়ে মুষ্টি হানি।
শোকাকুলে কান্দে দেৱী লুটিয়া ধৰণী ॥
বিগলিত বসন ছিঙ্গয় মণিহাৰ।
একো একো ভাঙ্গিল বত্ৰিশ অলঙ্কাৰ ॥ ৩৩৭৬৯
আৰ্ত্তনাদ কৰি কান্দে স্বামীৰ নিদানে।
শুনিয়া চাহিবে আইলা সবে নাৰীগণে ॥
নাৰীগণে ধৰিয়া বৈসাইলা যত্ন কৰি।
শীতল চন্দন ঢালে মাথাৰ উপৰি ॥ ৩৩৭৭০
অনেক যতনে তাঙ্ক কৰাইলা চেতন।
শোকাকুলে নাৰীসবে কৰয় ক্ৰন্দন ॥
প্ৰভু প্ৰভু কৰি কান্দে ছিণ্ডে সবে কেশ।
শিখৰ সিন্দুৰ মচে বিপৰীত বেশ ॥ ৩৩৭৭১
কৈত স্বামী পৰি আছে বীৰ ধনঞ্জয়।
পুত্ৰহাতে হৈল প্ৰভু তোমাৰ প্ৰলয় ॥
সেহিবেলা উলুপীয়ে তথাত মিলিলা।
অনন্ত দুহিতা দেৱী সুধিবে লাগিলা ॥ ৩৩৭৭২
শুনিলেক অৰ্জ্জুন পৰিলা ঘোৰ ৰণে।
পুত্ৰ বভ্ৰুবাহা হাতে ত্যজিলা পৰাণে ॥
কান্দয় উলুপী ঘোৰতৰ শব্দ কৰি।
বেড়িয়া কান্দয় সবে ঘোৰ নাদ কৰি ॥ ৩৩৭৭৩
বাৰ্ত্তা পাই বভ্ৰুবাহা মিলিলা তথায়।
স্বামীৰ মৰণে কান্দে বভ্ৰুবাহা মায় ॥

একো অঙ্গে বভ্রুবাহ্া নাই ভাৰসান।
বিধৱাৰ ব্যৱহাৰ মলিন বদন ॥ ৩৩৭৭৪
দেখিয়া দুখিত ভৈলা বীৰ বভ্রুবাহে।
মাতৃত প্ৰবোধ কৰি উলুপীত কহে ॥
কিবা লাগি শোক কৰা কান্দা কিকাৰণ।
হৰিষে বিষাদ কৰা কেনেনো লক্ষণ ॥ ৩৩৭৭৫
দোষগুণ বিচাৰিয়া কৰা যোগ্য শোক।
অপবাধ বোলা বহু লজ্জা লাগে মোক ॥
কুৰুবংশ পাণ্ডুবংশ যতেক যাদৱ।
পাৰ্থ আদি কৰি সবে বধিলো পাণ্ডৱ ॥ ৩৩৭৭৬
ইহাত সন্দেহ কিবা নহৱে উচিত।
অলঙ্কাৰ পিন্ধা মাৱ হুয়া হৰিষিত ॥
শুনা শুনা মাৱ তুমি আমাৰ উত্তৰ।
বৈৰীৰ মৰণ দেখি কেনে শোক কৰ ॥ ৩৩৭৭৭
বীৰসব মাৰিয়া যমক দিলো টালি।
অসংখ্য কুটম্ব পৰি আছে ৰণস্থলি ॥
পুত্ৰৰ বচন শুনি জননী কোপিলা।
পিতৃবধ কৰি পাপী আপুন ৰাখিলা ॥ ৩৩৭৭৮
ধৰ্ম্ম লঙ্ঘি পিতৃবধ কৰে কোন জন।
আপুন প্ৰশংসা কৰ লাজ নাহি মন ॥
কৃষ্ণসখা পিতৃ তোৰ কিৰূপে বধিলি।
বিধৱা লক্ষণ মোৰ কিৰূপে কৰিলি ॥ ৩৩৭৭৯
আৰ কি অঙ্গত মই পিন্ধো অলঙ্কাৰ।
পুত্ৰ হুয়া স্বামী বধ কৰিলি আমাৰ ॥
পিতৃ উপকাৰ কৰে প্ৰাণপুত্ৰ হৈলি।
আচোক পালিবি পিতৃ স্বহস্তে বধিলি॥ ৩৩৭৮০
ধিক তোৰ বল-বীৰ্য্য ধিকতো জীৱন।
পিতৃ বধি আপুনি প্ৰশংসে কোনজন ॥
পিতৃ বধি তই মোৰ মাথে মাৰ বাৰি।
তোহোৰ কাৰণে অকালত ভৈলো বাৰী।৩৩৭৮১
যজ্ঞত দীক্ষিত হৈছে ধৰ্ম্ম নৰপতি।
যজ্ঞ নষ্ট ভৈল আৰে পৰিলেক ভ্ৰাতৃ ॥
তুমি পুত্ৰ ভৈলা চন্দ্ৰবংশে কুলাঙ্গাৰ।
অপকীৰ্ত্তি ত্ৰিভুৱনে ৰহিলা তোমাৰ ॥ ৩৩৭৮২

অঙ্গত মেখলা দিয়া কৰ্ণে দিবো বাৰি।
আশেষ হাৰিলো মই অকুলা যে বাৰী ॥
কৈত পৰি আছে মোৰ প্ৰভুৰ সকলে।
মোহোক দেখায়া প্ৰভু গৈলা ৰণস্থলে ॥৩৩৭৮৩
কি কৰিবো ৰাজ্যভাৰ পুত্ৰে মোৰ প্ৰতি।
অগ্নি খায়া যাইবো মই প্ৰভুৰ সঙ্গতি ॥
পতিবিনে গতি নাই অভাগী নাৰাৰ।
জীৱন যৌৱন সব প্ৰাণ পাৰ্থ বীৰ ॥ ৩৩৭৮৪
একে স্বামী মৰণে সবে অকাৰণ।
স্বামীৰ মৰণে আমি ত্যজিবো পৰাণ ॥
চিত্ৰাঙ্গদা বচনক বোলে নিন্দা কৰি।
সুস্থ হুয়া উঠা তুমি উলুপী সুন্দৰী॥ ৩৩৭৮৫
শান্ত হুয়া থাকা সবে থিৰ কৰি মন।
পূৰ্ব্বৰ কথাক মোৰ ভৈলাহা স্মৰণ ॥
মোক বিহা কৰি যান্তে বীৰ ধনঞ্জয়।
পাঞ্চ ডালি ডালিম্ব সঞ্চাত থৈয়া তয় ॥৩৩৭৮৬
পাঞ্চ ডালি ডালিম্ব দগধ ভৈলা যেবে।
অৰ্জ্জুনৰ মৃত্যু হেন জানিবাহা তেবে ॥
পৰীক্ষা ডালিম্ব চাই যাই তাৰক্ষণে।
ক্ৰন্দন সঙ্কুলি থাকা ক্ষমা কৰি মনে ॥ ৩৩৭৮৭
এহিবুলি নাগকন্যা চলিলা সত্বৰ।
উঠি প্ৰবেশিলা অন্তেষপুৰীৰ ভিতৰ ॥
দেখিলেক পাঞ্চ তৰু ভৈলন্ত দহিত।
ফল পুষ্প পৰি ডাল সকলে বৰ্জ্জিত ॥ ৩৩৭৮৮
দেখিয়া মূৰ্চ্ছিত ভৈলা পৰিল ভূমিত।
হা হা প্ৰভু বুলিয়া আকুল কৰে চিত্ত ॥
হৃদয়ে হানয় ঘাৱ কান্দে ৰৰনাৰী।
চিত্ৰাঙ্গদা আগে আনি মাৰে বুক পাৰি ॥ ৩৩৭৮৯
সঞ্চাত ডালিম্ব সবে হৈছে ভস্মময়।
সত্যে সত্যে নিশ্চয় পৰিল ধনঞ্জয় ॥
সবেয়ো মিলিয়া চলে পাৰ্থ আছে যথা।
তাহাত উপায় সবে কৰিবোহো তথা ॥ ৩৩৭৯০
উলুপীৰ বাক্যে উঠে ক্ৰন্দনৰ ৰোল।
প্ৰলয় কালত যেন সমুদ্ৰে হিন্দোল ॥

মনিপুৰে পাত্ৰ-মিত্ৰ সবে প্ৰজাগণ।
অৰ্জ্জুনৰ শোকাকুলে সবে বিৰস্মন ॥ ৩৩৭৯১
আউল ভৈলা কেশচয় চিত্ৰাঙ্গদা নাৰী।
ৰণভুমি চলি যায় প্ৰভু প্ৰভু কৰি ॥
ৰণস্থলী দেখিলেক চক্ষুৰ নিমিষে।
দেখি স্বামী বৃষকেতু আছে তান পাশে॥৩৩৭৯২
তেজে ৰঙ্গা ৰণস্থলী ভাসে মুণ্ডমালা।
আভৰণ পৰি আছে বিচিত্ৰ মেখলা ॥
কাকে যে কুকুৰে মাংস খাই টানি টানি।
ঘিণয় মনুষ্যে দেখি ৰাইৰ হৰে প্ৰাণী ॥ ৩৩৭৯৩
শিৰ বিবৰ্জ্জিত বৃষকেতু ধনঞ্জয়।
প্ৰদ্যুম্ন প্ৰভৃতি বীৰ সবেয়ো ধৰায় ॥
চিত্ৰাঙ্গদা উলুপীও অৰ্জ্জুনৰ নাৰী।
শোকে কান্দে অৰ্জ্জুনৰ চৰণত পৰি ॥ ৩৩৭৯৪
উচ্চৈস্বৰে দুই ঘনে কান্দে দীৰ্ঘৰাৱে।
শোকাকুল হুয়া বুকে হানে মুষ্ঠি ঘাৱে ॥
হা হা প্ৰভু ধনঞ্জয় বীৰ শিৰোমণি।
তযু তেজ ভুজ বলে ঢাকিল ধৰণী ॥ ৩৩৭৯৫
তযু পদে ধৰি আছো তযু দুই নাৰী।
পুত্ৰবাণে প্ৰাণ ছাৰি গৈলা কোন পুৰী ॥
ইমত দাৰুণ শোক ধৰিতে নপাৰো।
উঠি কেনে নমাতাহা আতে মই মৰো॥৩৩৭৯৬
হেন জানি হৰিৰ চৰণে দিয়া চিত্ত।
কৰা পান ৰামনাম পৰম অমৃত ॥
কেতিক্ষণে পৰে প্ৰাণ ইটো জন্ম যায়।
বোলা ৰাম ৰাম আত পৰে গতি নাই॥৩৩৭৯৭

---

চিত্ৰাঙ্গদাৰ বিলাপ

ছবি

হা হা প্ৰভু প্ৰাণেশ্বৰ কেনে ভৈল অথন্তৰ
পুত্ৰহাতে হৰুৱাইলা প্ৰাণ।
তোমাৰ দেখিয়া দুখ বিদাৰিলা পুত্ৰে বুক
পুত্ৰ কেনে দিলা অপমান ॥
কান্দয় চৰণে ধৰি পুত্ৰ কেনে কৈলা বৈৰী
পৰি আছে ঘোৰ ৰণ মাজে।
তোমাৰ অৱস্থা দেখি মনে বৰ ভৈলো দুখী
ছাৰ প্ৰাণ নাযা কোন কাজে ॥ ৩৩৭৯৮
ধুলাজাৰি ঘোৰা লই হস্তিনাপুৰক গই
যজ্ঞক কৰোক ধৰ্ম্মৰাজ।
সকলে কৌৰৱ জিনি ক্ষত্ৰকুলে শিৰোমণি
ভুজদৰ্পে কৰি সেহি কাৰ্য্য।
দ্ৰোণ ভীষ্ম কৰ্ণমাৰি পাইলাহা হস্তিনাপুৰী
জয়দ্ৰথ বধ আচৰিলা।
দহিলা খাণ্ডৱ বন তুষিলাহা হুতাশন
ত্ৰিভুৱন বিজয় কৰিলা ॥ ৩৩৭৯৯
ৰাজসভা মাজে বসি বিক্ৰম কৰিলা আসি
ৰথচক্ৰ ভুজবলে ছেদি।
জিনিয়া নৃপতিগণ যশ ঘোষে ত্ৰিভুৱন
বিহা কৈলা কুমাৰী দ্ৰৌপদী ॥
নৱমাস ৰণ কৰি গন্ধৰ্ব্বসবক মাৰি
ৰাখিলাহা ৰাজা দুৰ্য্যোধন।
কৃষ্ণত চাতুৰ কৰি সুভদ্ৰাক বিহা কৰি
সাধিলাহা অশেষ সন্মান ॥ ৩৩৮০০
জানিয়া যে পুৰন্দৰ তুষিলা শঙ্কৰ হৰ
বাহুবলে জিনি ঘোৰ ৰণে।
কিৰাত প্ৰভৃতি আদি কালপুঞ্জ দৈত্য বধি
নিৰ্ভয় কৰিলা দেৱগণে ॥
তীৰ্থযাত্ৰা কালে আসি আমাক কৰিলা দাসী
ভক্তিভাৱে সেৱিলো চৰণ।
কোন দুখ মনে ধৰি একেশ্বৰে গৈলা ছাৰি
স্বৰ্গপুৰে কৰিলা গমন ॥ ৩৩৮০১
এহি বুলি কান্দে বালা সৰ্ব্বাঙ্গে মণ্ডিত ধুলা
মূৰ্চ্ছা যাই পৰিলা ধৰণী।
স্মৰিয়া হেনয় গুণ হৃদয়ে হানয় পুনু
মাথা হানি পৰয় কামিনী ॥
স্বামী শিৰ গলে বান্ধি ভুমিত লোটয় কান্দি
বৃষকেতু মাথা লৈয়া বুকে।

হা হা বৃষকেতু বাপ অকালে দিলাহা তাপ
প্ৰাণ বাহিৰ হৰে তযু শোকে ॥ ৩৩৮০২
তযু পিতা দাতা কৰ্ণ খ্যাতি নাম ত্ৰিভুৱন
পাৰ্থে তাক কৰিলা সংহাৰ।
তান পুত্ৰ হেন বধে বিধাতাহে নানা বন্ধে
বভ্ৰুবাহা বীৰ অনাচাৰ ॥
শুন বভ্ৰুবাহা বীৰ শীঘ্ৰে কাটা মোৰ শিৰ
স্বামীৰ লগতে মই যাম।
যেন পিতৃ আজ্ঞা পায়া মাতৃৰ কুঠাৰ দিয়া
শিৰক ছেদিলা ভৃগুৰাম ॥ ৩৩৮০৩
যিজনে কাটিলা বাপ মোক কাটি গুচা তাপ
চিতা সাজি দিয়া স্বামী সমে।
তেজিবো পাপীষ্ঠ প্ৰাণ স্বামী সমে যাইবো আমি
সুহি আমি পৰো হুতাশন ॥
সবে মনে আশা কৰি যাইবোহো হস্তিনাপুৰী
পাৰ্থে সমে চাইবো যজ্ঞকৰ্ম্ম।
সত্যভামা জাম্বৱতী দেখিবো দ্ৰোপদী সতী
কৃষ্ণ দেখি দেখি ৰাজধৰ্ম্ম ॥ ৩৩৮০৪
পাৰ্থৰ মৰণ শুনি কুন্তী কি বুলিব বাণী
কি বুলিব ধৰ্ম্ম নৰপতি।
কান্দিবেক সৰ্ব্বলোকে পাৰ্থ বৃষকেতু শোকে
প্ৰাণ ত্যজি সুভদ্ৰা যে সতী ॥
কুন্তী দেৱী সুভদ্ৰাক দেখি দেৱী ৰুক্মিণীৰ
বাণসুতা ঊষা যে কুমাৰী।
দেখিবো নৃপতিগণ পূৰিবো আমাৰ মন
তাতে পুত্ৰ হেন কৰ্ম্ম কৰি ॥ ৩৩৮০৫
হেন বুলি নাৰী ৰমা মনে নাহি কৰে ক্ষমা
বভ্ৰুবাহা নিন্দি বাৰম্বাৰ।
কহয় ভৱানীদাসে বিধাতা লেখন আছে
খণ্ডাইবাৰ শক্তি আছে কাৰ ॥
কোটি কোটি জন্ম মোৰ আছে পাতেকৰ বলে
তাতেসে নামত নাই ৰতি।
দেখিয়া নেদেখা অন্ধ প্ৰবন্ধে আনক ভজ
জানা সিটো গৈলা অধোগতি ॥ ৩৩৮০৬
তাৰ সঙ্গ পৰিহৰা সিটো জীৱন্তুতে মৰা
জানি সবে এৰি আন কাম।
কৃষ্ণৰ কিঙ্কৰে কবি প্ৰবন্ধে ৰচিলা ছবি
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৩৩৮০৭

---

## পদ

মাতৃৰ বচন শুনি বভ্ৰুবাহা বোলে।
কাতৰ কৰিয়া বোলে মাৱৰ গোচৰে ॥
জানিবাহা দোষ মাৱ মোৰ কৰ্ম্মফলে।
মন দিয়া শুনা সবে বৃত্তান্ত সকলে ॥ ৩৩৮০৮
ধনঞ্জয় আগে মই দিলো যজ্ঞ হয়।
নমস্কাৰ কৰি মই দিলো পৰিচয় ॥
প্ৰদ্যুম্ন প্ৰভৃতি বীৰে বিস্তৰ কহিলা।
ক্ৰোধ কৰি মোৰ শিৰে লাঠিক মাৰিলা ॥৩৩৮০৯
মাতৃক নিন্দিয়া বোলে অনেক বচন।
ইহাত অধিক পুনু কোপ কৈলো মন ॥
ৰাজ-সমজ্যাত মাতৃনিন্দা নাহি সহি।
সিকাৰণে কুকৰ্ম্ম কৰিলো পাপ দেহী ॥ ৩৩৮১০
পাপী ক্ৰোধ কৰি পিতৃদোহ আচৰিলো।
ইহলোকে পৰলোকে সকলে নাশিলো ॥
মোৰ সম সংসাৰত নাহিকে মুগুধ।
ক্ৰোধমন হুয়া মই পিতৃ কৈলো বধ ॥ ৩৩৮১১
নৰকত বাস মোৰ হৈল চিৰকাল।
অগ্নিত পৰিবো মই তেবে হৈব ভাল ॥
হৰি বিনে গতি নাই ইতিনি ভুবন।
কৃষ্ণনাম মুখে জপি ত্যজিবো পৰাণ ॥ ৩৩৮১২
তেবেসে খণ্ডিবে মোৰ দুখ অপমান।
অগ্নিত প্ৰবেশ কৰি ত্যজিবো পৰাণ।
পিতৃঘাতী হুই জীৱনৰ নাই কাজ।
অপযশ ঘোষিবেক পৃথিৱী সমাজ ॥ ৩৩৮১৩
এই বুলি আদেশিলা অনুচৰ আনি।
কুণ্ড কৰি ভালমতে জ্বলায়ো অগনি ॥

চিত্রাঙ্গদা বোলে পুত্র কহ সাধু বাণী।
স্বামী গৈলা পুত্র যাৰা থাকিবো আপুনি॥৩৩৮-১৪
অযুক্ত কথাক কহা মনে নাহি লয়।
চিন্তিয়ো উপায় বৰ্ত্তিবাৰ ধনঞ্জয়॥
পিতৃবধ পাপ পুনু খণ্ডন নযায়।
আত্মঘাত কৰি কেনে মৰিবাক চায়॥ ৩৩৮-১৫
ইহলোক পৰলোক নাশিবাক চাস।
উপায় কৰিয়া পুনু পূৰা অভিলাষ॥
উপায় অধীন বল নাহিকে সংসাৰে।
উপায় কৰিয়া স্বৰ্গ ভুঞ্জে পুৰন্দৰে॥ ৩৩৮-১৬
উপায় কৰিয়া বলি ছলিলা বামনে॥
হিৰণ্যাক্ষ নৃপতিক বধি নাৰায়ণে।
উপায় কৰিয়া পিতৃ জীয়ায়ো আপুনে।
সৰ্ব্বকাৰ্য্য সিদ্ধি হৱে জীলে যে অৰ্জ্জুনে॥ ৩৩৮-১৭
উলুপী বোলয় মোৰ আছে এক বুদ্ধি।
সিকাৰ্য্য কৰিলে জীয়ে কাৰ্য্য হোৱে সিদ্ধি॥
মৃত্যু সঞ্জীৱনী মণি আছয় পাতালে।
তেবে ধনঞ্জয় জীয়ে মণিক আনিলে॥ ৩৩৮-১৮
স্যমন্তক মণি আছে নাগেশ্বৰ স্থানে।
বেঢ়িয়া ৰাখয় মণি সবে নাগগণে॥
মৰাজনে মণি চুলে তেতিক্ষণে জীয়ে।
দুৰ্জ্জয় প্রতাপে সাপে মণিক ৰাখয়ে॥ ৩৩৮-১৯
পাতালে প্রধান সাপ বাসুকি তক্ষক।
কৰ্কট প্রভৃতি নাগ ফণা সহস্রেক॥
একো একো সৰ্প যেন পৰ্ব্বত আকাৰ।
ভয়ঙ্কৰ শিবধৰ প্রচণ্ড দুৰ্ব্বাৰ॥ ৩৩৮-২০
দৃষ্টি মাত্রে বৃক্ষ দহে পৰ্ব্বত শিখৰ।
কাৰ শক্তি আছে তাৰ যাইবেক ওচৰ॥
কাহাৰো শতেক ফণা মহা-জ্যোতিৰ্ম্ময়।
দুই তিনি চাৰি সাত কাৰো পাঞ্চ ছয়॥ ৩৩৮-২১
সাত আঠ নৱ কাৰো বহু সহস্রেক।
অনেক ধৰিছে ফণা অগ্নি পৰতেক॥
অনল জ্বলয় যেন অসংখ্যাত ফণা।
চক্ষু মুখে নীৰ বহি বহে অগ্নিকোণা॥ ৩৩৮-২২

তাৰ মধ্যে অনন্ত যে ধৰিছে ধৰণী।
লক্ষ্মী সমে শুতি আছে দেৱ চক্রপাণি॥
তাহাৰ মাথাত জানা আছে সেহি মণি।
তাহান সমুখ হৈবে পাৰে কোন প্রাণী॥ ৩৩৮-২৩
কোপিত বাঘক যেন ধৰিবাক মনে।
ক্ষুধিত সিংহৰ আগে যাইবা কোন জনে॥
গৰুড় নিবাৰ ভয় সেহিসে কাৰণে।
কৃপা কৰি মণি পূৰ্ব্বে দিলা ত্রিনয়নে॥ ৩৩৮-২৪
যদি সেহি মণি আনিবাক পাৰে যাস্তে।
তেবেসে অৰ্জ্জুন জীয়ে কহিলোহো তত্বে॥
শুন পুত্র বভ্রুবাহা বীৰ শিৰোমণি।
পিতৃ জীয়াইবাক চিত্ত কৰিয়ো আপুনি॥৩৩৮-২৫
যাৱত নুশুনে যেন কুন্তী যুধিষ্ঠিৰে।
শীঘ্রকৰি কৰা কাৰ্য্য গৈয়া সেহি পুৰে॥
শুনি বভ্রুবাহা বীৰে বুলিলা বচন।
ইথানে আনিয়া দিবো সবে নাগগণ॥ ৩৩৮-২৬
উলুপী বোলয় পুত্র বৰ সৰ্পগণ।
প্রাণান্তে নেৰিব মণি হুয়া ক্রোধমন॥
বভ্রুবাহা বোলে যাইবো সপত পাতাল।
ভুজঙ্গদৰ্পে জিনি মণি আনো যত কাল॥ ৩৩৮-২৭
দেৱ দৈত্য গন্ধৰ্ব্ব দানৱ নিশাচৰ।
গন্ধৰ্ব্ব অসুৰ মাৰি তুষিলা শঙ্কৰ॥
হেন পিতা পৰি আছে পাপী পুত্রহাতে।
মাতামহ বন্ধ আজি কৰিব কিমতে॥ ৩৩৮-২৮
বিনে নাগগণ বধি নপাইবো নিশ্চয়।
অপযশ হৈব মোৰ নাগ হৈব ক্ষয়॥
যি হৌক সি হৌক নাগবধ নাহি ভয়।
মণি আনি জীয়াইবোহো বাপ ধনঞ্জয়॥ ৩৩৮-২৯
বৃষকেতু ভাই মোৰ আনো সেনাগণ।
সকলে জীয়াইবো মই আনি মণিধন॥
বাৰগণ দিলা যত অৰ্জ্জুন ৰক্ষক।
চাললেক বভ্রুবাহা পাতালপুৰক॥ ৩৩৮-৩০
উলুপী বোলয় ব্যৰ্থ দৰ্প কৰা বাপ।
নজানি সিসব বীৰ্য্য যেন কালসাপ॥

যাৰ বিষজালে দেৱ গন্ধৰ্ব্ব কাম্পয় ।
বিক্ৰমে দুৰ্ব্বাৰ কালান্তক অহিচয় ॥ ৩৩৮৩১
অগ্নিপুঞ্জ মুখে জ্বলে নয়ন অনলে ।
দেৱ সমে ৰিপুগণ দহে বিষজালে ॥
তাক অহঙ্কাৰ কৰা লাজ নাহি মুখে ।
কাৰ শক্তি আছে পুত্ৰ যাইবে নাগলোকে ॥৩৩৮৩২
সহায় আপুনি যাৰ শঙ্কৰ মুৰাৰি ।
মনুষ্যৰ প্ৰাণে তাক কি কৰিতে পাৰি ॥
বক্ৰুবাহা বোলে সখা হৌক ত্ৰিভুৱন ।
তথাপি আনিবো মণি জিনি নাগগণ ॥ ৩৩৮৩৩
হৰিহৰ আসে যদি শূল চক্ৰ ধৰি ।
তেও মণি আনিবোহো যাই সেহি পুৰী ॥
শূলে হানি সৰ্পগণ কৰিবো জৰ্জ্জৰ ।
কাটিবো সকলে ফণা সবেও নাগৰ ॥ ৩৩৮৩৪
উলুপী বোলয় বাপ মোৰ আজ্ঞা কৰ ।
মনুষ্যৰ গম্য নাই পাতাল নগৰ ॥
উপায় এক কৰা বোলো ৰণে কিবা ফল ।
পুণ্ডৰীক পঠাই দিয়ো যাইবা ৰসাতল ॥৩৩৮৩৫
পুণ্ডৰীক সখা আছে মন্ত্ৰণা সাগৰ ।
বুদ্ধি সন্ধি কৰি মণি আনিব সত্বৰ ॥
পুত্ৰ নিবাৰিয়া দেৱী পুণ্ডৰীক আনি ।
বিনয় বচন তাঙ্ক বোলে সুবদনী ॥ ৩৩৮৩৬
চল পুণ্ডৰীক যায়ো পাতাল ভুৱনে ।
কণ্ঠসূত্ৰ নিয়া দিবা পিতৃৰ চৰণে ॥
বাপৰ চৰণে মোৰ কহি নিবেদন ।
বক্ৰুবাহা কৰে মোৰ হেন বিৰম্বণ ॥ ৩৩৮৩৭
সৰ্ব্বকালে কৈলা মোৰ পিতৃ পদে গতি ।
উপকাৰ কৈলে ত্ৰিভুৱনে ৰৈবে খ্যাতি ॥
ৰণমধ্যে শিৰশ্ছেদ কৈলা পুত্ৰস্থানে ।
মণি দিলে স্বামী জীৱে পাওঁ পাৰ্থ দানে ॥৩৩৮৩৮
স্বামী বিনে আমিয়ো মৰিবো পাপ নাৰী ।
সত্বৰ কৰিয়া বাপ চলা নাগপুৰী ॥
শুনি পুণ্ডৰীকে বোলে শুনা দেৱী আই ।
তোমাৰ আদেশে আমি নাগপুৰী যাই ॥৩৩৮৩৯

### পুণ্ডৰীক নাগৰ সঞ্জীৱনী মণি আনিবলৈ পাতাললৈ গমন

নাগগণ বেঢ়িয়া ৰাখয় সেহি মণি ।
কদাচিতো নেদিবেক শুনিয়ো জননী ॥
তোমাৰ বচন লঙ্ঘি ৰহিতে নপাৰি ।
কাৰ্য্যসিদ্ধি হোৱে নোহে যাইবো নাগপুৰী॥৩৩৮৪০
সাৱধান সেনাগণ ৰাখিবা অৰ্জ্জুন ।
মণি চাইতে যাইবো আমি পাতালভুৱন ॥
মৰা অঙ্গ জসি যাব হুয়া মাটিময় ।
বিলম্ব হৈবেক আমি জানিলো নিশ্চয় ॥৩৩৮৪১
ৰাজাৰ আগত কথা কহিবো অপাৰ ।
নৃপতিৰ আজ্ঞা পালি পাৰি আনিবাৰ ॥
আত্মা ইচ্ছাগতি নহে শীঘ্ৰে যাইবো চলি ।
হেন জানি যত্নে ৰাখা পাৰ্থ মহাবলী ॥ ৩৩৮৪২
পুণ্ডৰীক আগে কহে নাগেন্দ্ৰ নন্দিনী ।
দংশিলেহে জীৰ্ণ নহে পাৰ্থ অঙ্গ খানি ॥
বক্ৰুবাহা বোলে শুন পুণ্ডৰীক নাগ ।
বৃষকেতু বীৰৰ শৰীৰ দংশ আগ ॥ ৩৩৮৪৩
তাহাৰ অন্তৰে দংশ বীৰ ধনঞ্জয় ।
তেবেসে চলিয়া যাবা নাগ মহাশয় ॥
বক্ৰুবাহা বাক্যে গৈলা বৃষকেতু কাছে ।
বৃষকেতু দংশি নাগ অৰ্জ্জুনক পাচে ॥ ৩৩৮৪৪

### পাতালপুৰীৰ বৰ্ণনা

দুই বীৰ দংশি পাচে বোলে মহাবীৰ ।
মণিৰ কাৰণে যাওঁ পাতাল নগৰ ॥
শীঘ্ৰবেগে চলি যাবা পাতালভুৱন ।
দিব্য ৰত্নময় পুৰী দেখিতে শোভন ॥ ৩৩৮৪৫
অযুত যোজন জুৰি পুৰীৰ বিস্তাৰ ।
ৰূপৱতী নানা কন্যা পিন্ধি অলঙ্কাৰ ॥
মুনিজন মোহ পাৱে দেখিয়া সুন্দৰী ।
লাসে বেশে শোভা কৰে সকলে নগৰী ॥ ৩৩৮৪৬

লৱঙ্গ মালতী ফুলে বান্ধিয়া কৰাৰী।
শিখত সিন্দুৰ শোভে পিন্ধি পাটশাৰী ॥
দিব্যপুৰী পাতাল দেখিতে মনোহৰ।
ফলসব মণি হৰে বৃক্ষ সুবৰ্ণৰ ॥ ৩৩৮৪৭
নানা পুষ্প অশোক চম্পক পাৰিজাত।
লৱঙ্গ মালতী যূতী বহে গন্ধ বাত ॥
অশেষ ঔষধি ফল শোভি আছে তথা।
নিকুঞ্জে গুঞ্জৰে অলিচয় গুল্মলতা ॥ ৩৩৮৪৮
মৰকত মণিচয় শোভে সেহি পুৰী।
অগৰু চন্দন দেৱদাৰু শাৰী শাৰী ॥
আম জাম ডালিম শ্ৰীফল তালফল।
কল্পবৃক্ষচয় শোভে দেখি ইসকল ॥ ৩৩৮৪৯
নানা পক্ষী ৰাৱ কৰে শুনি সুললিত।
কোকিলৰ ধ্বনি শুনি ময়ূৰৰ নৃত্য ॥
অনেক সুন্দৰীগণ কুৰঙ্গনয়নী।
দেখি যুবাজন মন বহে সুবদনী ॥ ৩৩৮৫০
ত্ৰিভঙ্গ ললিত দেহ চাৰু কণ্ঠভাৰ।
গজেন্দ্ৰগামিনী গ্ৰীৱে মুকুতাৰ হাৰ ॥
ভাগীৰথী তীৰ্থ তাত পাপ বিনাশিনী।
উত্তম কমল শোভে ত্ৰিপথগামিনী ॥ ৩৩৮৫১
কোটি জন্ম পাপক্ষয় হৰে পৰশিলে।
পুণ্ডৰীকে দেখি স্নান কৰে সেহি জলে ॥
অমৃতৰ কুণ্ড তথা আছে থানে থানে।
চতুৰ্ভিতি বেঢ়িয়া ৰাখয় নাগগণে ॥ ৩৩৮৫২
প্ৰবেশিলা পুৰীমধ্যে পুণ্ডৰীক নাগ।
শীঘ্ৰগতি চলি গৈলা অনন্তৰ আগ ॥
শ্বেতবৰ্ণ নাগৰাজা দেখি কৌতূহলে।
সহস্ৰ ফণাৰে নানা মণি ৰত্ন জ্বলে ॥ ৩৩৮৫৩
কুলিক কৰ্কট নাগ তক্ষক প্ৰভৃতি।
মুখ্য মুখ্য নাগগণ কৰিয়া সঙ্গতি ॥
ৰত্নময় মন্দিৰত বসি নাগেশ্বৰ।
বাসুদেৱ নাম মুখে জপে নিৰন্তৰ ॥ ৩৩৮৫৪
পুণ্ডৰীক্ষ গৈয়া তাঙ্ক কৰি নমস্কাৰ।
অনন্তৰ আগে দিলা সবে অলঙ্কাৰ ॥
আভৰণ দিয়া কহে সকলে বৃত্তান্ত।
বভ্ৰুবাহা হাতে ভৈলা অৰ্জ্জুনৰ অন্ত ॥ ৩৩৮৫৫
তযু পাদপঙ্কজত জনাইলো হেন বাণী।
দান্তে তৃণ ধৰি বোলে উলুপী কামিনী ॥
তুমি বিনে ত্ৰিভুৱনে গতি নাই যাৰ।
জানিয়া কৰিবে পাৰা জামাইৰ উদ্ধাৰ ॥ ৩৩৮৫৬
শুনি অনন্তৰ মনে ভৈলন্ত বিস্ময়।
পুণ্ডৰীক সম্বুধিয়া বোলে মহাশয় ॥
কেনমতে জামাতাৰ ভৈল হেন গতি।
কৃষ্ণসখা পাৰ্থ সিটো নৰে মহামতি ॥ ৩৩৮৫৭
অজয় অভয় বৰ দিলন্ত শঙ্কৰে।
হৰৰ বচন ব্যৰ্থ ভৈলন্ত পাৰ্থৰে ॥
তেজ বীৰ্য্য পৰাক্ৰম মহাবীৰ বৰ।
ত্ৰিভুৱনে বীৰ নাহি তান সমসৰ ॥ ৩৩৮৫৮
হেন বীৰ ৰণে পৰে সুবুজি কাৰণ।
হেন কিবা ছাৰিল সাৰথি জনাৰ্দ্দন ॥
সংসাৰে বিজয় বীৰ দুৰ্জ্জয় শৰীৰে।
কহ পুনু কেনমতে পৰিল সমৰে ॥ ৩৩৮৫৯
পুণ্ডৰীকে বোলে শুনা নাগেন্দ্ৰ গোঁসাই।
যেনমতে প্ৰমাদ মিলিলা সেহি ঠাই ॥
দ্ৰোণ ভীষ্ম কৰ্ণ দুৰ্য্যোধন দুঃশাসন।
জ্ঞাতি বধি ধৰ্ম্মৰাজা ভৈলা দুখ মন ॥ ৩৩৮৬০
জ্ঞাতিবধ পাপক্ষয় মনে যুধিষ্ঠিৰে।
অশ্বমেধ যজ্ঞ আৰম্ভিলা নৃপবৰে ॥
ঘোৰাৰ ৰক্ষক দিলা বীৰ ধনঞ্জয়।
নানা ৰাজ্যে ভ্ৰমি মণিপুৰে আইলা হয় ॥ ৩৩৮৬১
ঘোৰা পাই বন্দী কৈলা অনুচৰগণে।
শীঘ্ৰে নিয়া দিলা বভ্ৰুবাহা বিদ্যমানে ॥
মন্ত্ৰীসমে মন্ত্ৰণা কৰিয়া বভ্ৰুবাহা।
ঘোৰা সমে পিতৃৰ গোচৰে চলিলাহা ॥ ৩৩৮৬২
নানা ধন ৰত্ন যত দিলা পিতৃআগে।
ভক্তি কৰি প্ৰণাম কৰিলা মহাৰঙ্গে ॥
দৈৱযোগে ধনঞ্জয় ভৈলন্ত দুৰ্ম্মতি।
সভা বিদ্যমানে ভৰ্চ্ছি মাৰিলেক লাঠি ॥ ৩৩৮৬৩

লাজ পাই বভ্রুবাহা ঘোৰা হৰি নিলা।
পুত্র সঙ্গে ৰণ কৰি অৰ্জ্জুন মৰিলা॥
প্রদ্যুম্ন প্রভৃতি বৃষকেতু বীৰবৰ।
বভ্রুবাহা বীৰে তাক কৰিলা সংহাৰ॥ ৩৩৮৬৪
গঙ্গাশাপে ধনঞ্জয় গৈলা যমলোকে।
উলুপী পৰাণ দিব অৰ্জ্জুনৰ শোকে॥
তেজ বীৰ্য্য অস্ত্র-শস্ত্র পাসৰিলা পাৰ্থে।
বভ্রুবাহা অৰ্দ্ধচন্দ্রে ছেদিলেক মাথে॥ ৩৩৮৬৫
স্বামীৰ মৰণ দেখি উলুপী সুন্দৰী।
তোমাত জনাইবে পঠাইলেক যত্ন কৰি॥
এহি নিবেদিবে আইলো তোমাৰ চৰণ।
মণি দিলে জীৱে পাৰ্থ কৰ্ণৰ নন্দন॥ ৩৩৮৬৬
কল্যাণ যে পালে তুষ্ট হৱে বভ্রুবাহে।
এহি যশ কীৰ্ত্তি তযু সৰ্ব্বলোকে ৰহে॥
শুনি কৃষ্ণ যুধিষ্ঠিৰ হৈব হৰিষিত।
পুত্র দান পাইব কুন্তী ৰহিব পীড়িত॥ ৩৩৮৬৭
যেই জনে কৰে জানা পৰ উপকাৰ।
তাহাৰ জীবন হৱে সংসাৰৰ সাৰ॥
বিশেষ অৰ্জ্জুন হৱে জামাতা তোমাৰ।
জানিয়া উপায় চিন্তা কৰা প্রতিকাৰ॥ ৩৩৮৬৮
এহি শুনি নাগেশ্বৰ বুলিলা উত্তৰ।
জাহ্নবীৰ শাপে মৰিলন্ত জামাতাৰ॥
পিতৃমুখ চাই পুত্রে আৰে যুদ্ধ কৰে পুত্রে।
ৰৰতো দুস্কৰ কৰ্ম্ম কৰিলা দুহিত্রে॥ ৩৩৮৬৯
মণি দিবো পুণ্ডৰীক লৈবোহা যতনে!
জ্ঞাতিবৰ্গ অনুমতি লৈবোহো আপুনে॥
সমস্তকে সম্বোধিয়া বুলিলা অনন্তে।
মণি দিলে অৰ্জ্জুন যে অৱশ্য জীৱন্তে॥ ৩৩৮৭০
ত্রিভুৱনে কীৰ্ত্তি ৰহে হৱে নাম যশ।
মণি দিবো পুণ্ডৰীক যাইব নিজ দেশ॥
ৰাজ্য-পদ ধন-জন জীৱন-যৌৱন।
অৰ্জ্জুন মৰণে জানা সবে অকাৰণ॥ ৩৩৮৭১
মণি আছে অৰ্জ্জুন যে জীলে পাই পুণ্য।
কৃষ্ণ-যুধিষ্ঠিৰে শুনি বুলিবেক ধন্য॥

প্রাণ তুল্য জীউ মোৰ উলুপী সুন্দৰী।
জমাইৰ মৰণে মোৰ প্রাণ নাহি ধৰি॥ ৩৩৮৭২
মণি লৈয়া পুণ্ডৰীক কৰিয়ো গমন।
পাৰ্থ আদি কৰি জীয়াইবা সৰ্ব্বজন॥
অনন্তৰ বাক্য শুনি দুখ পালা নাগে।
অধোমুখ কৰি সবে ৰহি তান আগে॥ ৩৩৮৭৩

নাগৰাজ অনন্তক মণি দিবলৈ ধৃতৰাষ্ট্ৰ মন্ত্ৰীৰ বাধা দান

অশুভ মিলিল হেন কহে আনে আনে।
উত্তৰ নেদিলা কেহো ৰাজা বিদ্যমানে॥
ধৃতৰাষ্ট্র মন্ত্রী বোলে শুনা নাগৰাজ।
দান দিবে পাৰা মণি কোন ৰৰকাজ॥ ৩৩৮৭৪
তথাপি কহিবে খোজো হিত উপদেশ।
নৰলোকে মণি দিলে বিৰোধ বিশেষ॥
নৰলোকে দিবা তুমি দেৱযোগ্য মণি।
অযুক্ত বচন কেনে বোলা নৃপমণি॥ ৩৩৮৭৫
পিতৃ-মাতৃ-গুৰুবধ কৰয় দুৰ্ম্মতি।
মন্ত্র-মণি-ঔষধ নেদিবা তান প্রতি॥
কাৰ্য্যসিদ্ধি নহে তান নহে যশ কীৰ্ত্তি।
ইহাৰ কাৰণে মণি নেদিবা সম্প্রতি॥ ৩৩৮৭৬
সত্যহীন ধৰ্ম্মহীন মনুষ্য দুৰ্জ্জন।
পুনু মৰা জীৱে হেন নাহি ত্রিভুৱন॥
বহু যত্নে মণি পাইছো আৰাধিয়া শিৱ।
মহেশৰ মণি এই নাগৰে যে জীৱ॥ ৩৩৮৭৭
সদায় বিৰোধ গৰুড়ৰ সমে জান।
ইথানে নাসয় পক্ষী নাপাৰে কাৰণ॥
অকাৰ্য্য মিলিব জানা পঠাই দিলে মণি।
গৰুড়ে হৰিলে জানা কি কৰিব জানি॥ ৩৩৮৭৮
পুত্র হুয়া পিতৃবধ পাতকী মানুষ।
মণি পালে মত্তগৰ্ব্ব হৈব বিসদৃশ॥
সাপ হৈব মনুষ্য মনুষ্যে হৈব সাপ।
আসিব পাতালপুৰী কৰি বৰ দৰ্প॥ ৩৩৮৭৯

হৰিবেক অমৃত আপুন বাহুবলে।
তেবে কি কৰিব সৰ্প সুধা মণি গলে ॥
মনুষ্যৰ নাৰীসবে পিন্ধিবেক মণি।
কিৰূপে সহিবো আমি এহি দুখ গুণি ॥৩৩৮৮০
তেজ-বীৰ্য্য বিবহিত হৈব নাগগণ।
দেশে দেশে ভ্ৰমিবেক সবে নাগগণ ॥
মন্ত্ৰী হুয়া মন্ত্ৰণা যে কহিতে উচিত।
পৰ উপকাৰত আপুন বিপৰীত ॥ ৩৩৮৮১
তোমাৰ উদয়ে প্ৰভু আমাৰ শ্ৰীবাঢ়ে।
তোমাৰ বিপদে প্ৰভু সবে লক্ষ্মী হৰে ॥
নাগৰ ঈশ্বৰ প্ৰভু মহা বুদ্ধিমন্ত।
সকল গোচৰ প্ৰভু কেবা জানে অন্ত ॥ ৩৩৮৮২
ধৃতৰাষ্ট্ৰ বচন শুনিয়া নাগৰাজ।
ভাল বুদ্ধি দিলা মোক মিলিব অকাজ ॥
মন্ত্ৰীৰ সম্পদ ভৈলে সুখ বৰ বাঞ্চে।
স্বামী ৰণ কৰে হিত মদগৰ্ব্বে বঞ্চে ॥ ৩৩৮৮৩
বিৰোধ কৰিলা তুমি আমি মণি দিতে।
তেবে কি নিৰ্জীব পাৰ্থ শ্ৰীকৃষ্ণ থাকিতে ॥
ত্ৰিজগত নাথ হৰি সহায় যাহাৰ।
ত্ৰিভুৱন মধ্যে কিবা আপদ তাহাৰ ॥ ৩৩৮৮৪
মণি দিলে অমৃতক হৰিব মানুষে।
এহি বৰ দুষ্ট কথা তোৰ মনে আসে ॥
কৃষ্ণৰ মহিমা কহো শুনা মন দিয়া।
গো-বৎস শিশু সমে ব্ৰহ্মা হৰি নিয়া ॥ ৩৩৮৮৫
কৃষ্ণৰ মহিমা নুবুজিলা পিতামহে।
হৰিয়া আনিলা ব্ৰহ্মা আপুনাৰ গহে।
বৎস-শিশু নেদেখিয়া চিন্তে নাৰায়ণে।
বৎস-শিশু হৰি মোৰ নিলা কোনজনে ॥৩৩৮৮৬
ধ্যান কৰি নাৰায়ণে তেখনে জানিলা।
ধেনু-বৎস-শিশু মোৰ ব্ৰহ্মায়ে হৰিলা ॥
কৃষ্ণ বোলে জানো মোৰ নুবুজি কাৰণ।
সেই বৎস সেই ধেনু স্ৰজি নাৰায়ণ ॥ ৩৩৮৮৭
লক্ষিতে নপাৰি কেহো কৃষ্ণৰ মায়ায়।
সেই বৎস সেই ধেনু চিনন নযায় ॥

হেন হৰি নাৰায়ণ সহায় যাহাৰ।
ত্ৰিভুৱন মধ্যে কিবা বিম্নি আছে তাৰ ॥৩৩৮৮৮
তৃণ কৰে পৰ্ব্বতে পৰ্ব্বতে কৰে তৃণ।
নগৰ কৰিবে পাৰে সাগৰ গহীন ॥
হেন স্থানে মহামণি পঠালে বিস্ময়।
অবোধ বৰ্ব্বৰ তুমি কঠিন হৃদয় ॥ ৩৩৮৮৯
যিজনে কৰয় জানা পৰ উপকাৰ।
তাহাৰ জীৱন ত্ৰিভুৱন মধ্যে সাৰ ॥
ধৃতৰাষ্ট্ৰে বোলে প্ৰভু কৈলা ভাল কাজ।
তাৰ কি আপদ যাৰ সঙ্গে যদুৰাজ ॥ ৩৩৮৯০
মণি বিনে কৃষ্ণে যদি জীয়াৰে অৰ্জ্জুন।
তেবে মণি পঠাই দিলে আছে কিবা গুণ ॥
পুণ্ডৰীক আগে তেবে বোলে মহামতি।
ধৃতৰাষ্ট্ৰ বচন শুনিয়ো নৰপতি ॥ ৩৩৮৯১
চল পুণ্ডৰীক তুমি আপুনাৰ দেশ।
মণি দিয়া পঠালে সবাৰে অসন্তোষ ॥
বভ্ৰুবাহা উলুপীত কহিবা বৃত্তান্ত।
জ্ঞাতিবৰ্গ অনুমতি মণি নেদিলন্ত ॥ ৩৩৮৯২
ধৃতৰাষ্ট্ৰে যি বুলিলা তোমাৰ বিদিত।
বুজিয়া জীউৰ আগে কহিবা প্ৰভৃত ॥
দুষ্টজন সহিতে সুজন যদি বাস।
কালে মন্দ হৰে জানা সবে পাৰে দোষ ॥৩৩৮৯৩
গোবিন্দ থাকন্তে ঐতে আশা কিকাৰণ।
উলুপীৰ দুখ দেখি বেথা লাগে মন ॥
পুণ্ডৰীক নাইল দেখি উলুপী চিন্তিয়া।
হেনকালে পুণ্ডৰীক মিলিল আসিয়া ॥ ৩৩৮৯৪

পুণ্ডৰীকৰ পৰা অনন্তই মণি নিদিয়া সংবাদ
পাই বভ্ৰুবাহনৰ ক্ৰোধ আৰু ৰণযাত্ৰা

প্ৰণামিয়া কহিলেক যত বিবৰণ।
মণি নেদি উপহাস্য কৰে নাগগণ ॥
উপায় নেদেখো ৰাখিবাক ধনঞ্জয়।
চিন্তিয়ো উপায় তুমি মনে যেহি লয় ॥ ৩৩৮৯৫

পুণ্ডৰীক বচন শুনিয়া বভ্রুবাহা।
ওষ্ঠ যে অধৰ কাম্পে কাম্পে সৰ্ব্বদেহা॥
সৰ্ব্ব সৈন্য আদেশিলা চলিয়ো সত্বৰে।
সৰ্পজিনি আনো মণি পাতাল নগৰে॥ ৩৩৮৯৬
নৃপতিৰ আদেশে চলিলা সেনাগণ।
চতুৰঙ্গ গজ বাজী ৰথ আৰোহন।
অৰ্জ্জুনৰ ৰক্ষা দিয়া বীৰ সেনাপতি।
ৰথে চৰি চলে বভ্রুবাহা নৰপতি॥ ৩৩৮৯৭
ৰথী ৰথ ধ্বজ ছত্ৰ পতাকা মণ্ডিত।
চলিলেক অসংখ্যাত সেনা সমন্বিত॥
সজল নয়নে বীৰে কৰিলা গমন।
ধনু ধৰি ক্ৰোধে বীৰে বুলিলা বচন॥ ৩৩৮৯৮
অগ্নিবাণ হানিয়া পাতাল বাহুবলে।
মণি দিয়া পিতৃক জীয়াইবো কৌতূহলে॥
নাগগণ মাৰিয়া আনিবো সুধা হৰি।
ধন জন সমে নাগ আনো বন্দী কৰি॥ ৩৩৮৯৯
মহাজন সন্ত পিতৃ গোবিন্দৰ সখা।
ক্ৰোধ কৰি মই তাঙ্ক নকৰো অপেক্ষা॥
হেন বাপ পৰি আছে সমৰ ভিতৰে।
আমি দুষ্ট জীওঁ কেনে পাপী কলেৱৰে॥৩৩৯০০
আজি আমি ভাগীৰথী জলে স্নান কৰি।
তীক্ষ্ণশৰে নাগৰাজ হৃদয় বিদাৰি॥
তিনি লোকে বেড়ি চাউক নাগৰ বিপত্তি।
নাগগণ মুণ্ডে আজি পূজিবো পাৰ্ব্বতী॥৩৩৯০১
সহায় হৰন্ত যদি হৰি ত্ৰিপুৰাৰি।
তথাপি আনিবো মণি নাগগণ মাৰি॥
ত্ৰিদশ দেৱতা যদি হোৱয় সহায়।
তথাপি আমাৰ হাতে নেৰাইব নিশ্চয়॥৩৩৯০২
এহিবুলি প্ৰবেশিলা পাতালভুৱন।
পাতালনিবাসী যত দেখি নাগগণ॥
ৰথে চৰি নাগ আগে ভৈলা উপস্থিত।
চতুৰঙ্গ দলে বলে ভৈলন্ত বেষ্টিত॥ ৩৩৯০৩
কোপিলন্ত বভ্রুবাহা দেখি নাগগণ।
সৰ্প সব সম্বোধিয়া বুলিলা বচন॥
মণি নেদি বাপ মোৰ বধিবাক চাৱে।
পণ্ড হৱে অগ্নিবাণ সহ আজি গাৱে॥ ৩৩৯০৪
বভ্রুবাহা বাক্য শুনি বোলে নাগেশ্বৰ।
সৰ্পগণ সম্বোধিয়া বুলিলা উত্তৰ॥
মণি নপাই বভ্রুবাহা আইল বৰ কষ্টে।
আবে কেনে প্ৰবোধ নকৰা ধৃতৰাষ্ট্ৰে॥ ৩৩৯০৫
আজি ক্ষয় কৰিবেক সবে নাগপুৰী।
বভ্রুবাহা বাণে আজি নযাইবাহা সাৰি॥
প্ৰচণ্ড অনলে আজি ভস্মৰাশি হৈবা।
ধৃতৰাষ্ট্ৰ আজি কিবা উপায় কৰিবা॥ ৩৩৯০৬

### বভ্রুবাহন আৰু নাগৰাজৰ যুদ্ধ

এহি বুলি নাগেশ্বৰ ভৈলা কোপমনে।
তক্ষক প্ৰভৃতি নাগ আদেশিলা ৰণে॥
নৃপতিৰ আদেশে চলিলা নাগগণ।
পুৰী হন্তে বাইৰ ভৈলা কৰিবাক ৰণ॥ ৩৩৯০৭
পৰ্ব্বত সমান কৰি ফণা ভয়ঙ্কৰ।
গৰল বৰিষে কেহো আৰ্জ্জুনি উপৰ॥
দুই চাৰি শত ফণা পাচ ছয় সাত।
ফোকাৰে অগনি জ্বলে মুখে নাসে মাত॥৩৩৯০৮
বিষধাৰী সৰ্পগণে বৰিষয় বিষ।
সহস্ৰ ফণায়ে মণি সূৰ্য্যৰ সদৃশ॥
কৰ্ণত কুণ্ডল শোভে কৱচ শৰীৰে।
ধনু শৰ কৰে ধৰি মণি কান্তি কৰে॥ ৩৩৯০৯
নানা ৰত্নে বিভূষিত অঙ্গৰ ভূষণ।
যেন স্বৰ্গহন্তে নামি আইলা দেৱগণ॥
কিৰিটি কুণ্ডল হাৰ জ্বলে অগ্নি যেন।
সুৱৰ্ণৰ অলঙ্কাৰ দেখিতে শোভন॥ ৩৩৯১০
হাৰ যে কঙ্কণ আৰো নূপুৰ পিন্ধিয়া।
গিৰিসম ফণাসৱ আছয় তুলিয়া॥
ৰথ গজ বাজী লৈয়া যিমত বাহন।
ভয়ঙ্কৰ মূৰ্ত্তি ধৰি আইলা নাগগণ॥ ৩৩৯১১
অক্ষয় পদাতি গজ বাজী বহু নাগ।
ৰথে চৰি আইলা নাগ বভ্রুবাহা আগ॥

পঞ্চ যোজনৰ পথ ব্যাপি ৰণস্থান।
বিষ বৰিষয় সবে অগ্নিৰ সমান ॥ ৩৩৯১২
গগনমণ্ডল জুৰি বাজে সৰ্পফণা।
সৈন্যৰ উপৰে বৰিষয় অগ্নিকণা ॥
বিষনদী বহি যায় গগনমণ্ডলে।
নৰে সৰ্পে যুদ্ধ ভৈলা জুৰি ৰসাতলে ॥ ৩৩৯১৩
প্ৰলয় কালৰ যেন জ্বলিলা অগনি।
বিষধাৰা বৰিষয় সৰ্পৰ বাহিনী ॥
মুদ্গৰ মুষল গদা কুঠাৰ কুলিশ।
গজদন্ত অৰ্দ্ধচন্দ্ৰ বৰিষয় বিষ ॥ ৩৩৯১৪
শৰবৃষ্টি কৰে সৰ্পগণ নৰসেনা।
বধিলা অনেক সৈন্য তুলি বজ্ৰফণা ॥
নাগে নৰে যুদ্ধ ভৈলা অদ্ভুত প্ৰলয়।
দেৱাসুৰ গন্ধৰ্ব্ব আকাশে থাকি চাই ॥ ৩৩৯১৫
যক্ষ যে কিন্নৰ অপেশ্বৰা বিদ্যাধৰ।
কৌতুকে আকাশে থাকি চাহয় সমৰ ॥
একদৃষ্টে চাহি আছে মনুষ্যৰ দিকে।
বিষ বৰিষয় সবে জুৰিয়া ধনুকে ॥ ৩৩৯১৬
বিষজ্বালে ভস্ম হুয়া পৰে সেনাগণ।
বিষৰ প্ৰভাৱে সবে মৰি হয়ে ছন্ন ॥
ফোকাৰে উবাৰে সেনা মাৰে বজ্ৰঘাৱ।
ভস্মময় কৰি সেনাসবে কৈলা ক্ষয় ॥ ৩৩৯১৭
ধৃতৰাষ্ট্ৰ মন্ত্ৰী বৰ ধাইলা কোপ কৰি।
বভ্ৰুবাহা সেনাগণ মাৰয় সংহৰি ॥
নানা অস্ত্ৰ প্ৰহাৰিয়া মাৰে গজ বাজী।
বোলয় পাপিষ্ঠ নৰ কৈক যাবি আজি ॥৩৩৯১৮
শৰঘাৱে তেজনদী বহে ক্ষুৰ শান।
বিষজ্বালে মাংস পৰে হুয়া খান খান ॥
প্ৰচণ্ড অনলে যেন দহে তৃণৰাশি।
বিষজ্বালে সৈন্য পুৰি হয়ে ভস্মৰাশি ॥ ৩৩৯১৯
বিষ অগ্নিকণা পৰি মাংস খসি পৰে।
পৰ্ব্বত উপৰে যেন বৃষ্টিজল ঝৰে ॥
পৰিল অনেক সেনা দেখি পাৰ্থসুত।
সংগ্ৰামে প্ৰবেশ ভৈলা কোপিয়া বহুত ॥৩৩৯২০

ধনুৰ গুণক মাজি কৰিয়া টঙ্কাৰ।
প্ৰলয়ৰ মেঘে যেন গৰ্জ্জিলা অপাৰ ॥
আকৰ্ণ পূৰিয়া বীৰে এৰি পাঞ্চশৰ।
ধৃতৰাষ্ট্ৰ ধনু কাটি পেলাইলা সত্বৰ ॥ ৩৩৯২১
বাণ হানি চাৰি ঘোৰা কৰিলা সংহাৰ।
ধ্বজদণ্ড দুইখণ্ড কৰিলা দুৰ্ব্বাৰ ॥
বিৰথী ভৈলন্ত মন্ত্ৰী দেখি পাৰ্থসুত।
বৰ বৰ নাগ মাৰি পেলাইলা বহুত ॥ ৩৩৯২২
মণি ৰত্ন ভূষণ কৰিলা খণ্ড খণ্ড।
কুণ্ডল সহিতে কাৰো কাটিলেক মুণ্ড ॥
ধৰণীমণ্ডলে পৰি মণি ৰত্ন শোভে।
কেয়ূৰ কঙ্কণ হাৰ দেখি মনলোভে ॥ ৩৩৯২৩
আকাশে প্ৰকাশে যেন নক্ষত্ৰ অশেষ।
জলয় মুকুট মণি উৰ্দ্ধৰ প্ৰদেশ ॥
ইন্দ্ৰে যেন দৈত্য মাৰি কৰিলা সংহাৰ।
নাগগণ বভ্ৰুবাহা মাৰিলা অপাৰ ॥ ৩৩৯২৪
ফণাসৱ কাটি পাৰে গিৰি শৃঙ্গসম।
মহাবীৰ বভ্ৰুবাহা অতুল্য বিক্ৰম ॥
এৰিলা গৰুড় অস্ত্ৰ পাৰ্থসুত বলে।
মূৰ্ত্তিমন্ত পক্ষীৰাজে ধৰি ধৰি গিলে ॥ ৩৩৯২৫
অনেক মাৰিলা নাগ অযুতে নিযুতে।
ছেদ ফণাসবে পৰে জুৰি পৃথিৱীতে ॥
মধুঅস্ত্ৰ বভ্ৰুবাহা এৰে তদন্তৰে।
মধুধাৰা বহি যায় সৰ্পৰ উপৰে ॥ ৩৩৯২৬
তাহাৰ অন্তৰে এৰে পিপিলিকা শৰ।
সন্ধানে পূৰিয়া পাৰ্থসুত ধনুৰ্দ্ধৰ ॥
পিপিলিকা বাণেও জুৰিলা ৰণস্থলী।
নাগঅঙ্গ কামোৰয় মধু মধু বুলি ॥ ৩৩৯২৭
খণ্ড খণ্ড কৰিলা যতেক নাগঅঙ্গ।
ত্ৰাস পায়া নাগগণ ৰণে দিলা ভঙ্গ ॥
কামোৰৰ ঘাৱে নাগ কৰে ধৰফৰ।
ধৰফৰ কৰি সবে উঠি দিলা লৰ ॥ ৩৩৯২৮
অগিহেন জ্বলে গাৱে কামোৰৰ চোটে।
মাংস খণ্ড খণ্ড ভৈলা বিষে প্ৰাণ ফুটে ॥

মস্তকে কামোৰ দিয়া কৰে তেজপান ।
বিষম মন্ত্ৰৰ তেজ পিপিলিকা বাণ ॥ ৩৩৯২৯
মাংস তেজ পান কৰে ৰণে পিপিলিকা ।
সৰ্পসব মাৰিলেক নাই লেখা জোখা ॥
বিমূৰ্চ্ছিত হুয়া নাগ পৰে মহীতলে ॥
যমপুৰ পেশে নাগ পিপিলিকা দলে ॥ ৩৩৯৩০
দেশ দেশান্তৰে গৈলা পায়া বৰ ত্ৰাস ।
কতো প্ৰাণ ত্যজে মাত্ৰ কতো কাঢ়ে শ্বাস ॥
তক্ষক বাসুকি আৰো কুটিল কৰ্কট ।
নৰ পৰিহৰি গৈলা অনন্ত নিকট ॥ ৩৩৯৩১

নাগৰাজৰ বভ্ৰুবাহনক মণি অৰ্পণ আৰু মণি
পাই বভ্ৰুবাহনৰ নিজ ৰাজ্যলৈ প্ৰত্যাবৰ্ত্তন

ধৃতৰাষ্ট্ৰ প্ৰভৃতি যতেক নাগগণ ।
ভয় পায়া অনন্তত পশিলা শৰণ ॥
নাগগণে বোলে প্ৰভু শুনা মহাৰাজ ।
ভঙ্গ দিলা সৰ্পগণ মিলিলা অকাজ ॥ ৩৩৯৩২
মনুষ্য নহৰে প্ৰভু তোৰাৰ দুহিত্ৰ ।
বভ্ৰুবাহা নৰ নহে যমৰ চৰিত্ৰ ॥
শৰসমে মধুধাৰা মণ্ডিলেক নাগ ।
পুনু পিপিলিকাপুঞ্জে পালা আসি লাগ ॥৩৩৯৩৩
মধুগন্ধে আমোদিত পায়া পিপিলিকা ।
নাগ যত বধিলে নাহিকে লেখা জোখা ॥
দাৰুণ গৰুড়বাণ এৰে মহাবলে ।
কঙ্ক পক্ষী হুয়া নাগ ধৰি ধৰি গিলে ॥ ৩৩৯৩৪
দাৰুণ মনুষ্য বাণ সহন নযায় ।
মন দিয়া চিন্তা প্ৰভু জীৱন উপায় ॥
শীঘ্ৰকৰি বভ্ৰুবাহা দিয়োক ৰাজন ।
কি কৰিবো মণি সুধা প্ৰাণ বৰ ধন ॥ ৩৩৯৩৫
শুনিয়া অনন্তে হাসি বুলিলা বচন ।
পূৰ্ব্বে মোৰ বচন নুশুনি নাগগণ ॥
বিৰোধিয়া মণি ৰাখা নহৰে উচিত ।
বভ্ৰুবাহা আসিয়া কৰিব বিপৰীত ॥ ৩৩৯৩৬

পুণ্ডৰীকে মণি লৈয়া যাউক তান আগে ।
তেবে কেনে এহি দুখ পাৰে জ্ঞাতিবৰ্গে ॥
আপুনাৰ কুবুদ্ধিত মিলিল অকাজ ।
মনুষ্যত হাৰি সবে পালা বৰ লাজ ॥ ৩৩৯৩৭
ত্ৰিভুৱনে একমাত্ৰ ৰহিল কুনাম ।
মনুষ্যৰ হাতে সৰ্পে হাৰিল সংগ্ৰাম ॥
মণিৰ কাৰণে সবে পালা অপমান ।
যৈতে আছে বভ্ৰুবাহা চলা এতিক্ষণ ॥ ৩৩৯৩৮
মণি লৈয়া চলি যাৱা যথা দামোদৰ ।
তথা মণি লৈয়া চল কৰিয়া সত্বৰ ॥
ক্ষীৰোদ সাগৰ মধ্যে যাহাৰ নিবাস ।
কামধেনু সুৰভীত কিবা অভিলাষ । ৩৩৯৩৯
কল্পবৃক্ষ ৰূপে কৃষ্ণ আছে দেৱগুৰু ।
তথা কিবা কাৰ্য্য আছে জানা অন্য তৰু ॥
পৃথিৱীক যাহা নাগ তাহান সহিতে ।
গৰুড়বাহন কৃষ্ণ দেখিবা বিদিতে ॥ ৩৩৯৪০
যাৰ ত্ৰাসে পলাৱে সকলে নাগগণ ।
গৰুড়ক দেখি সবে পশিবা শৰণ ॥
দৃঢ় ভক্তিভাৱে যাৰ কৃষ্ণ থাকে মনে ।
কি কৰিবে পাৰে তাক গৰুড়বাহনে ॥ ৩৩৯৪১
এহি বুলি মণি লৈয়া ধনৰত্ন সমে ।
বভ্ৰুবাহা আগে গৈলা সবে নাগগণে ॥
অন্তৰে দেখিয়া সবে কৰি নমস্কাৰ ।
নাগক সম্বোধি বাক্য বুলিলা আপাৰ ॥ ৩৩৯৪২
বভ্ৰুবাহা আগে মণি দিলা নাগেশ্বৰ ।
বোলে কাৰ্য্য সিদ্ধি ভৈলা চলা নিজঘৰ ॥
নাগেন্দ্ৰ বচনে বভ্ৰুবাহা হৰিষিত ।
মণি পায়া বভ্ৰুবাহা চলিলা পুৰীত ॥ ৩৩৯৪৩
নানাৰত্ন মণি লৈয়া চলে নাগগণ ।
চলিলেক মণিপুৰে লৈয়া নানা ধন ॥

বভ্ৰুবাহনক মণি দিয়াত ধৃতৰাষ্ট্ৰ মন্ত্ৰীৰ
খেদ আৰু পাৰ্থবধৰ মন্ত্ৰণা

তৈত ধৃতৰাষ্ট্ৰ নাগ দুখ পায়া মনে ।
দুইপুত্ৰ আনিয়া কহিলা তাৰ স্থানে ॥ ৩৩৯৪৪

দুৰ্ম্মুখ দুৰ্ব্বুদ্ধি দুইপুত্ৰ সহোদৰ।
সত্যধৰ্ম্ম বিবৰ্জ্জিত দুষ্ট কলেৱৰ ॥
আনি দুই পুত্ৰ মাতি কহে বিদ্যমান।
মোৰ গাৱে নসহয় বৰ অপমান ॥ ৩৩৯৪৫
পুত্ৰ ভৈলে পিতৃকাৰ্য্য কৰিব নিশেষ।
মোৰ অপমান খণ্ডাই ৰাখিয়োক যশ ॥
কিৰূপে নিজীয়ে পাৰ্থ পাণ্ডুৰ কুমাৰ।
কিৰূপে নকৰে যজ্ঞ ধৰ্ম্ম নৃপবৰ ॥ ৩৩৯৪৬
এহি দুই কাৰ্য্য পুত্ৰ কৰা যত্ন কৰি।
যেনমতে ধ্বংস হয় পাৰ্থ মহাবৈৰী ॥
হৃদয়ৰে শাল মোৰ কৰিয়োক দূৰ।
নুহি প্ৰাণ ত্যজিবোহো যাইবো যমপুৰ ॥৩৩৯৪৭
দুৰ্ব্বুদ্ধি বোলয় বাপ পৰিহৰা শোক।
কিকাৰণে মনে বৰ পাৱা এত দুখ ॥
আমি দুই সহোদৰ কুশল সবাত।
তেবে পুণ্য কথা জপ কৰ্ম্ম তপ ব্ৰত ॥ ৩৩৯৪৮
পৰধৰ্ম্ম বাধিবাক আমি ভালে জানি।
সেহি বুদ্ধি কৰো তেবে নিজীব পৰাণী ॥
সমুদ্ৰে পেলাইব শিৰ নপাইব সন্ধান।
বিচাৰি নপাৱে যেন বিনতানন্দন ॥ ৩৩৯৪৯
যজ্ঞকাৰ্য্যে যুধিষ্ঠিৰ হৈবেক বিধ্বংস।
তেবেসে সাফল মোৰ জন্ম নাগবংশ ॥
ৰাজাৰ সভাক তুমি চলিয়ো সত্বৰ।
চলি যাইবো হেৰা আজি দেশ মণিপুৰ ॥৩৩৯৫০
পিতৃক নমিয়া চলে দুৰ্ব্বুদ্ধি দুৰ্ম্মুখ।
মণিপুৰ গৈলা দুই মনত কৌতুক ॥
যি থানে পৰিয়া আছে পাৰ্থ ধনুৰ্দ্ধৰ।
দেখে বহু সেনাগণ চৌপাশে অপাৰ ॥৩৩৯৫১
চাৰি দিশে ধনু ধৰি আছে মহাৰথী।
শিৰ লৈয়া অন্তৰীক্ষে উঠিলা দুৰ্ম্মতি ॥
লক্ষিবাক নপাৰিলা যত সেনাগণ।
জলমধ্যে শিৰ ক্ষেপে অধম দুৰ্জ্জন ॥ ৩৩৯৫২
শিৰক পেলায়া দুই হৰিষিত মনে।
গুপুভাৱে তৈতে লুকাই ৰৈল দুইজনে ॥
শিৰ নেদেখিয়া সৈন্য ভৈলন্ত বিস্মিত।
উলুপীৰ আগে গৈয়া জনাইলা ত্বৰিত ॥ ৩৩৯৫৩
চিত্ৰাঙ্গদা উলুপীয়ো ভৈলা শোকাকুল।
ভূমিত পৰিয়া কান্দে মুকলি কুন্তল ॥
হেন কৰ্ম্ম কৰি আছে কোন পাপমতি।
বিধাতা বিমুখ ভৈলা নিজীবেক পতি ॥ ৩৩৯৫৪
বিলাপ কৰিয়া কান্দে আতি দীৰ্ঘৰাৱে।
হৃদয়ে হানয় মুষ্টি আতি মৰ্ম্মঘাৱে ॥
সেহিবেলা বভ্ৰুবাহা নাগগণ সঙ্গে।
মণি লৈয়া মণিপুৰে প্ৰবেশিলা ৰঙ্গে ॥ ৩৩৯৫৫
আচম্বিতে বভ্ৰুবাহা শুনিলা ক্ৰন্দন।
শিৰ নিলা কোনজনে ঘোষে সৰ্ব্বজন ॥
দেখিলা জননী দুই ধৰণী লোটয়।
অৰ্জ্জুনৰ পাৱে পৰি জননী কান্দয় ॥ ৩৩৯৫৬
আচাৰেক খাই পৰিলেক বভ্ৰুবাহা।
পিতৃ নিজীৱয় বুলি ভূমি লোটে দেহা ॥
হিন্দোল কৰিয়া কান্দে হুয়া শোকাকুলি।
পৰস্পৰ বচনক কোনোৱে নুশুনি ॥ ৩৩৯৫৭
শুনা জন্মেজয় ৰাজা বচন অদ্ভুত।
তৈত মণিপুৰে কান্দে নৃপতিৰ সুত ॥
হস্তিনানগৰে তথা কৃষ্ণ যুধিষ্ঠিৰ।
দুয়োজনে কুশল চিন্তয় অৰ্জ্জুনৰ ॥ ৩৩৯৫৮
পাৰ্থ বৃষকেতু সমে পৰে যেহি দিনে।
সেহিদিনা কুন্তী স্বপ্ন দেখিলা শয়নে ॥
কৃষ্ণৰ আগত আহি কহিলা ত্বৰিতে।
যথা যুধিষ্ঠিৰ বসি আছয় সভাতে ॥ ৩৩৯৫৯
কুন্তী বোলে স্বপ্ন মই দেখিলো প্ৰভাত।
মোৰ পুত্ৰ অৰ্জ্জুন সংগ্ৰামে ভৈলা হত ॥
বিৰূপ দেখিলো মই অশুভ লক্ষণ।
কুশলে থাকোক মোৰ অৰ্জ্জুন নন্দন ॥ ৩৩৯৬০
তৈলকুণ্ডে মজ্জি আছে সৰ্ব্বাঙ্গে সহিত।
ধূলা বৃষ্টি গোময় সকলে বিভূষিত ॥
কৃষ্ণবৰ্ণ পৰিধান তন্ত্ৰমালা গলে।
কান্ধে মাথা নাহি বীৰ বৃষকেতু ভুলে ॥ ৩৩৯৬১

গৰ্দ্দভে চৰিয়া দুই বৃষকেতু পাৰ্থ।
চৰিয়া দক্ষিণ মুখে খুৱা ভ্ৰাতৃপুত্ৰে।
কৃষ্ণবৰ্ণ পুৰুষ দীঘল ভুজদণ্ড।
গলে জৰী দিয়া টানে দক্ষিণৰ কুণ্ড॥ ৩৩৯৬২
ধ্যান কৰি চাহে কৃষ্ণে আসনে বসিয়া।
বিপৰীত দেখি কৃষ্ণ মনত ভাবিয়া॥
কুন্তী ভীম দৈৱকী যশোদা সঙ্গে কৰে।
শীঘ্ৰ কৰি চলিলন্ত কৃষ্ণ মণিপুৰে॥ ৩৩৯৬৩
দেখিলেক আতি ঘোৰ উচ্চ গৃহখান।
কনকে ৰচিত মণি দেখি বিদ্যমান॥
চন্দ্ৰমণি সূৰ্য্যমণি কনকে ৰচিত।
হীৰক সংযুক্ত তাতে অদ্ভুত খচিত॥ ৩৩৯৬৪
মুকুতা কাঞ্চন শোভে সাজন অদ্ভুত।
দেখিয়া মুনিৰ মন হোৱয় মোহিত॥
সহস্ৰে সহস্ৰে নাৰী আছে শাৰী শাৰী।
উলুপীক বেঢ়ি তাৰা আছে সবে নাৰী॥৩৩৯৬৫
চন্দ্ৰ সম বদন আঞ্চলে ঢাকি গাৱ।
মেঘ আৰে শশধৰ লুকাই থাকে পাৱ॥
মুনি মোহ হৱে জানা দেখি ৰৱনাৰী।
বিনোদ নাগৰী সবে পৰম সুন্দৰী॥ ৩৩৯৬৬
প্ৰসন্ন বদন সবে চলে লীলাগতি।
গলে হেম কুচ-ভাৰ কোমল আকৃতি॥
ভীমে বোলে কৃষ্ণ হেৰা দেখা অদভুত।
গৃহ গোট শোভে যেন চম্পক বিদ্যুত॥৩৩৯৬৭
উদিত ভাস্কৰ যেন কৰয় প্ৰকাশ।
নাৰীগণে দেখি চন্দ্ৰমণি জিনি হাস॥
পুৰীৰ নিৰ্ম্মাণ দেখি চন্দ্ৰৰ উদয়।
ৰাজ্যৰ নিৰ্ম্মাণ দেখি ভৈলোহো বিস্ময়॥৩৩৯৬৮

**শ্ৰীকৃষ্ণ, ভীম আদিৰ ৰনক্ষেত্ৰত মুণ্ড বিহিন অৰ্জ্জুনৰ শৱ দৰ্শন আৰু বক্ৰবাহনৰ কৃষ্ণস্তুতি**

এহি কথা কহন্তে পাইলা অৰ্জ্জুনৰ কাছে।
দেখিলেক নাহি শিৰ কন্ধ পৰি আছে॥
দেখিয়া দুখিত ভৈল। শোকে দহে তনু।
ভূমিত পৰিয়া যেন লুটি আছে ভানু॥ ৩৩৯৬৯
গদা হৃদি ধৰি ভীম পৰিলা ধৰণী।
ভাই ভাই ডাক ছাৰি বিদাৰি পৰাণী॥
দৈৱকী যশোদা কুন্তী কান্দে দীৰ্ঘনাদে।
কৃষ্ণ মাত্ৰ স্তব্ধ হুয়া ৰহিলা নিশব্দে॥ ৩৩৯৭০
ভীমে বোলে দামোদৰ দেখিয়ো বিদিত।
অৰ্জ্জুন সদৃশ বীৰ নাহি পৃথিবীত॥
হেন প্ৰাণ ভাই মাৰি আছে কোন বীৰ।
লাগ পালে গদা ঘাৱে চূৰ্ণ কৰো শিৰ॥৩৩৯৭১
অৰ্জ্জুনৰ আগে পৰি আছে বৃষকেতু।
হেন কৰ্ম্ম কৰিছে নজানো কাৰো হেতু॥
এহবুলি ভীমসেন কৰন্ত সন্তাপ।
হা হা পাৰ্থ কিৰূপে সহিবো তোৰ তাপ॥৩৩৯৭২
ভীমে বোলে হেন কৰ্ম্ম কৈলা যেহি জন।
গদা প্ৰহাৰিয়া তাৰ লৈবোহো জীৱন॥
ভীমৰ বচন শুনি বক্ৰুবাহা বীৰ।
শোকে তনু দহে পুনু বোলে ধীৰে ধীৰ॥৩৩৯৭৩
পৰিচয় দিয়া বীৰে কহে গদগদ।
মইসে পাপিষ্ঠে কৈলো তযু ভ্ৰাতৃবধ॥
বৃষকেতু প্ৰভৃতি যতেক বীৰগণ।
দাৰুণ সমৰে সবে কৰিলো নিধন॥ ৩৩৯৭৪
পিতৃবধ কৰিলো পাপিষ্ঠ আমি চাৰ।
ইহলোকে পৰলোকে নাহিকে নিস্তাৰ॥
এহি গদাঘাৱে মোৰ লৈয়োক পৰাণ।
তেবে শোক সন্তাপৰ হৈবে অৱসান॥ ৩৩৯৭৫
কৃষ্ণ আগে বক্ৰবাহা কহন্ত আপুনি।
কৰযোৰ কৰিয়া যে কহন্ত আৰ্জ্জুনি।
সমৰে বধিলো পিতৃ মই কুলাঙ্গাৰ।
মাতৃৰ বচনে মই গৈলো নাগপুৰ॥ ৩৩৯৭৬
নাগলোক জিনিয়া আনিলো দিব্যমণি।
আচম্বিতে শিৰ ক্ৰোনে হৰিলা নজানি।
বেঢ়িয়া ৰাখিলা সবে হুয়া চাৰিভিতে।
কোন দুষ্টে আসি শিৰ নিলা আচম্বিতে॥৩৩৯৭৭

কোন বুদ্ধি কৰো পাপী জীয়াইবো জনক।
কৰুণাসাগৰ প্ৰভু বুদ্ধি দিয়া মোক ॥
তুহি মোৰ শিৰশ্ছেদ কৰা চক্ৰপাণি।
পিতৃবধ কাৰণে আমাক মাৰা হানি ॥ ৩৩৯৭৮
পাপে দহি আমাক গোপাল নাহি চায়।
তুমি যাক কৃপা কৰা তাৰ কিবা ভয় ॥
মোক পিতৃ জীয়াইবাক কৰা অৱধান।
গৰলক খাই মই ত্যজিবো পৰাণ ॥ ৩৩৯৭৯
এহিবুলি বভ্ৰুবাহা কান্দে দীৰ্ঘৰাৱে।
ভক্তিভাৱে ধৰিয়া কৃষ্ণৰ দুই পাৱে ॥
উত্তৰ নেদিলা কৃষ্ণ আছে নিৰুত্তৰে।
চতুৰ্ভিতি বেঢ়ি কান্দে সৈন্যসব নৰে ॥ ৩৩৯৮০
হা হা ধনঞ্জয় বুলি কান্দে কুন্তী মাতা।
অভাগিনী মাৱ এৰি পাৰ্থ গৈলা কোথা ॥
দীৰ্ঘৰাৱে কান্দে কুন্তী পুত্ৰৰূপ দেখি।
গোবিন্দক সম্বোধিয়া বোলন্ত সুমুখী ॥ ৩৩৯৮১
শুনা কৃষ্ণ জনাৰ্দ্দন ত্ৰিজগত পতি।
তুমি বিনে পাণ্ডৱৰ আন নাহি গতি ॥
কৃপা কৰা পাণ্ডৱক হুয়োক সহায়।
তোমাৰ প্ৰসাদে প্ৰভু জীয়ে ধনঞ্জয় ॥ ৩৩৯৮২
ত্ৰিভুৱন জগতক পালা চৰাচৰ।
তুমিসে সবাৰ ত্ৰাণ দয়াৰ সাগৰ ॥
সমস্তে বেঢ়িয়া কান্দে শোকে দগ্ধ হুয়া।
তোমাৰ সেৱক প্ৰভু তুলিয়ো জীয়ায়া ॥ ৩৩৯৮৩
শিৰ পুনু যেই হৰি নিলা দুষ্টমতি।
তযু অগোচৰ তুহি শুনা যদুপতি ॥
পৃথিবী পাতাল আৰু পৰ্ব্বত সাগৰ।
সপ্তসৰ্গ তুহি পুনু তযু অগোচৰ ॥ ৩৩৯৮৪

**অৰ্জ্জুন-বৃষকেতু আদিৰ পুনৰ্জীৱন লাভ আৰু অৰ্জ্জুনৰ বভ্ৰুবাহনক সমাদৰ**

মহী হেতু কদাপি নিৰ্জিনে ধনঞ্জয়।
বিনা কৃপাসিন্ধু তুমি নহৈলে সদয় ॥
হেন জানি জীয়ায়ো অৰ্জ্জুন ধনুৰ্দ্ধৰ।
স্বামীশোক সন্তাপ গুচায়ো প্ৰভু মোৰ ॥ ৩৩৯৮৫
বাসুকিৰ বচনক শুনি নাৰায়ণ।
বোলে সভাসদ শুনা আমাৰ বচন ॥
যত পুণ্য কৰি আছে পাৰ্থ ধনুৰ্দ্ধৰ।
তাৰ ফলে আস শিৰ সভাৰ ভিতৰ ॥ ৩৩৯৮৬
যেহি দুষ্টে হেন কৰ্ম্ম কৈলা বিপৰীত।
তাৰ শিৰশ্ছেদ হুয়া পৰ পৃথিবীত ॥
এতেক শাপিলা যদি দেৱ যদুপতি।
দুইনাগ শিৰশ্ছেদে পৰে পৃথিবীত ॥ ৩৩৯৮৭
অৰ্জ্জুনৰ শিৰ আসি ভৈলা উতপন্ন।
দেখি সৰ্ব্বজনৰ বিস্ময় ভৈলা মন ॥
নাগৰ হাতৰ মণি লৈয়া দেৱহৰি।
সবাকে সম্বোধি কৃষ্ণে বোলে হাস্য কৰি ॥ ৩৩৯৮৮
বৃষকেতু অৰ্জ্জুন পৰিছে ঘোৰ ৰণে।
কাক জীয়াইবোহো আগে বোলা সৰ্ব্বজনে ॥
কৃষ্ণে বোলে বৃষকেতু শোকে মৰে পাৰ্থ।
আগে বৃষকেতু জীয়াই পাৰ্থক পাচত ॥ ৩৩৯৮৯
মণি হাতে লৈয়া কৃষ্ণ বুলিলা বচন।
হৰৰ আজ্ঞায় জীয়া উঠা দুইজন ॥
কন্ধে শিৰে একত্ৰ যে কৰি নাৰায়ণে।
মণিৰ জলক দিলা স্বহস্তে তেখনে ॥ ৩৩৯৯০
নীলধ্বজ হংসধ্বজ সবে ৰাজাগণ।
অনুক্ৰমে উঠিলেক প্ৰতিজনে জন ॥
সৰ্ব্ব সৈন্যগণ উঠে যত হস্তীহয়।
তৰ্জ্জিয়া গৰ্জ্জিয়া উঠে ৰণত দুৰ্জ্জয় ॥ ৩৩৯৯১
আগে জীয়া উঠিলেক কৰ্ণৰ নন্দনে।
তাত পাচে ধনঞ্জয় উঠিলা তেখনে ॥
প্ৰদ্যুম্ন প্ৰভৃতি উঠে যতেক যাদৱ।
তাৰ পাচে উঠিলেক যতেক পাণ্ডৱ ॥ ৩৩৯৯২
অৰ্জ্জুনক আদি কৰি উঠিল বৰ্ত্তিয়া।
হৰি হৰি সৰ্ব্বলোকে বোলয় বেঢ়িয়া ॥
প্ৰাণদানে পাৰ্থ উঠে বৃষকেতু বীৰে।
বভ্ৰুবাহা চাই বোলে ক্ৰোধি অনন্তৰে ॥ ৩৩৯৯৩
কৈক গৈলা বভ্ৰুবাহা কৰ আসি ৰণ।
হাতে ধৰি তাহাক বুলিলা ভীমসেন ॥

তান আগে কৃষ্ণে ধীৰে বুলিলা বচন।
সৰ্ব্বলোকে দেখিয়া হৰিষ ভৈলা মন ॥ ৩৩৯৯৪
জয় জয় শব্দ ভৈল্য পুষ্প বৰিষণ।
কৃষ্ণক প্ৰভৃতি আছে যত গুৰুজন ॥
বৃষকেতু পাৰ্থে সমে বন্দিলা চৰণ।
পুত্ৰ-পৌত্ৰ দেখি কুন্তী হৰিষিত মন ॥ ৩৩৯৯৫
খণ্ডিলা সন্তাপ ঘোৰ শান্ত ভৈলা মন।
এহি বুলি কৃষ্ণপদে কৰিলা বন্দন ॥
কৃষ্ণ ভীম অৰ্জ্জুন প্ৰদ্যুম্ন বীৰ ভাগ।
বভ্ৰুবাহা পুৰী গৈলা হুয়া সব আগ ॥ ৩৩৯৯৬
বস্ত্ৰ অলঙ্কাৰ দিলা নানা ৰত্ন ধন।
অতিথিৰ ব্যৱহাৰ পুজে জনে জন ॥
নাৰীগণে নৃত্য কৰে জোকাৰয় ধ্বনি।
কৰত কঙ্কণ শোভে স্বৰ্ণৰ কিঙ্কিণী ॥ ৩৩৯৯৭
গ্ৰীৱে মুকুতাৰ হাৰ চৰণে নূপুৰ।
কৰ্ণৰ কুণ্ডল ডোলে দেখিতে মধুৰ ॥
অঙ্গি-ভঙ্গি কৰি বীণা বংশীক বজাৱে।
মধুৰ সুস্বৰে গীত সুললিতে গাৱে ॥ ৩৩৯৯৮
গজ বাজী ৰথ ধ্বজ পতাকা মণ্ডিত।
অম্ৰাৱতী শোভে যেন আতি সুচৰিত ॥
মণি মুক্তা পোৱাল পাথৰ শুদ্ধ ভাৱ।
হাসো হাসো কৰে যেন কৈলাসৰ প্ৰায় ॥ ৩৩৯৯৯
বভ্ৰুবাহা বিভৱ দেখিয়া ধনঞ্জয়।
পুত্ৰস্নেহ বাঢ়িলেক আনন্দ হৃদয় ॥
সভা কৰি বসিলন্ত দেৱ নাৰায়ণ।
অৰ্জ্জুনক প্ৰশংসিয়া বোলে ধন্য ধন্য ॥ ৩৪০০০
পুত্ৰ হুয়া সৈন্য সমে জিনিলা জনক।
সাধু সাধু পুত্ৰে তযু পিতৃয়ো সাৰ্থক ॥
পাৰ্থ হেন বীৰ পুত্ৰে জিনিলা সমৰে।
ইহাৰ সমান বীৰ নাহিকে সংসাৰে ॥ ৩৪০০১
গঙ্গাশাপে মৰিলেক জনাৰ প্ৰপাকে।
কৃষ্ণৰ প্ৰসাদে জীলা বোলে সৰ্ব্বলোকে ॥
চিত্ৰাঙ্গদা উলুপী পাৰ্থৰ দুই নাৰী।
পাৰ্থৰ সম্ভাষা তাৰা কৈলা প্ৰিয় কৰি ॥ ৩৪০০২

লজ্জা ভাৱে পাৰ্থেও নচাৱে পুত্ৰমুখ।
পুত্ৰৰ প্ৰতাপ দেখি হৃদয় কৌতুক ॥
কৃষ্ণে বভ্ৰুবাহাক বসাইলা নিজাসনে।
অনেক প্ৰশংসা কৈলা দেখে সৰ্ব্বজনে ॥ ৩৪০০৩

**কৃষ্ণ-ভীমৰ লগত চিত্ৰাঙ্গদা-উলুপীৰ হস্তিনাপুৰলৈ গমন আৰু নাগৰাজ অনন্তৰ বিদায়**

মহাবীৰ বভ্ৰুবাহা মহাগুণশীল।
সঙ্কল্প কৰিয়া বীৰ প্ৰতিজ্ঞা পালিল ॥
কৃষ্ণ আগে কহে বভ্ৰুবাহা মহাশয়।
প্ৰাণ ত্যাজিবাক খোজো গৈয়া হিমালয় ॥ ৩৪০০৪
পিতৃবধ কৰি ভৈলো প্ৰধান নাৰকী।
অগ্নি খায়া প্ৰাণ দিলো ভৈলোহো পাতকী ॥
তোমাৰ প্ৰসাদে এৰাইলো ঘোৰপাপ।
সত্যধৰ্ম্ম ৰক্ষা ভৈল ৰত্তিলেক বাপ ॥ ৩৪০০৫
বভ্ৰুবাহা বাক্য শুনি বোলে বৃকোদৰ।
যদি তুমি অগ্নি খায়া ত্যজা কলেৱৰ ॥
তেবে নেদেখিলা হস্তে দেৱ দামোদৰ।
এতেক ভাবিয়া বীৰ লৰিলা সত্বৰ ॥ ৩৪০০৬
ত্ৰিভুৱনপতি কৃষ্ণ দৈৱকী নন্দন।
সাক্ষাতে দেখিলা কৃষ্ণ শুনা মহাজন ॥
মহা মহা পাতেক দেখিলে হৰে ক্ষয়।
নাহি দুখ-পাপভয় এৰায় মহাশয় ॥ ৩৪০০৭
কৃষ্ণনাম মুখে লৈলে ভৱভয় তৰে।
মণিপুৰ লোকে শুনি আনন্দ বিস্তৰে ॥
নৃত্যগীত কৌতুকে বঞ্চিলা পাঞ্চদিন।
কৃষ্ণে বোলে বচন শুনিয়ো ভীমসেন ॥ ৩৪০০৮
যশোদা দৈৱকী মোক উলুপী সুন্দৰী।
চিত্ৰাঙ্গদা লৈয়া চলা হস্তিনানগৰী ॥
দীক্ষিত যে হুয়া তথা আছে ধৰ্ম্মৰাজ।
ধন ৰত্ন লৈয়া চলা হুয়া সব সাজ ॥ ৩৪০০৯
কৃষ্ণৰ বচনে ভীম চলিলা ত্বৰিত।
ধন ৰত্ন লৈয়া চলে ভীম সুচৰিত ॥
চিত্ৰাঙ্গদা উলুপী চৰিলা আন ৰথে।
যজ্ঞ দেখিবাৰ চলে ভীমৰ সহিতে ॥ ৩৪০১০

ভীমসেন গৈলা যেবে হস্তিনানগৰ ।
কৃষ্ণক নমিয়া বোলে নাগৰ ঈশ্বৰ ॥
তোমাৰ প্ৰসাদে জীল বীৰ ধনঞ্জয় ।
আজ্ঞা দিয়া যাওঁ আমি দেৱ মহাশয় ॥ ৩৪০১১
নাগৰাজে পূজা কৈলা ধন ৰত্ন দিয়া ।
মণি লৈয়া বক্ৰুবাহা দিলন্ত বঢ়ায়া ॥
আনন্দতে নাগৰাজা নমস্কাৰ কৰি ।
মণি লৈয়া চলি গৈলা আপুন নগৰী ॥ ৩৪০১২
বক্ৰুবাহা বীৰ আদি কৰিয়া সঙ্গতি ।
ঘোৰা মেলি চলিলেক পাৰ্থ যদুপতি ॥
কৃষ্ণৰ চৰিত্ৰ শুনে ভণে যেই জনে ।
দিব্যৰথে চৰি যায় বিচিত্ৰ বিমানে ॥ ৩৪০১৩
গোহত্যা ব্ৰহ্মহত্যা পাতেক যতেক ।
অশ্বমেধ শুনে যেহি ৰহিয়া তিলেক ॥
অশ্বমেধ শুনিলে যতেক পাপ হৰে ।
তাতোধিক নৰে পাপ কৰিতে নপাৰে ॥ ৩৪০১৪
সুৱৰ্ণৰ শৃঙ্গে ধেনু সহস্ৰেক দান ।
হেন বৃষ কন্যা দানে তাহান সমান ॥
যেহি জনে শুনে তান সৰ্ব্বত্ৰে কল্যাণ ।
সৰ্ব্বকাৰ্য্য সিদ্ধি হৱে বাঢ়য় সম্মান ॥ ৩৪০১৫
বিদ্যাহীনে বিদ্যা পাৱে নিৰ্দ্ধনীৰ ধন ।
ক্ষত্ৰিয় বিজয় ৰণে বৈশ্য ধনবান ॥
যেহি জনে বাঞ্ছা কৰে সবাকে পাৱন্ত ।
অপুত্ৰক পুত্ৰ হৱে ৰোগ হৱে অন্ত ॥ ৩৪০১৬
ৰোগ দুখ নাহি তাৰ অকালে মৰণ ।
ধনীবংশে জন্মে যেহি কৰয় শ্ৰৱণ ॥
হেনজানি অশ্বমেধ শুনিয়ো বাজনে ।
মুকুতি পদক পাৱে যেহি জনে শুনে ॥ ৩৪০১৭
অষ্টাদশ পুৰাণ শুনিলে যেহি ফল ।
নানা তীৰ্থ ব্ৰত কৰি আছয় সকল ॥
গজ বাজী দানে ৰাজা যত পুণ্য হয় ।
পাতকীৰ এত পাপ নৱহে হৃদয় ॥ ৩৪০১৮
কহয় ভৱানীদাসে মধুৰ ভাৰত ।
এহিমতে জীৱন লভিলা পাণ্ডুসুত ॥
কৃষ্ণৰ চৰিত্ৰ শুনা হৃদয় সন্তোষে ।
বোলা ৰাম ৰাম পাইবা বৈকুণ্ঠৰ পাশে ॥৩৪০১৯

---

### যুধিষ্ঠিৰৰ অশ্বমেধৰ অশ্ব কঙ্কপুৰত প্ৰবেশ আৰু তাম্ৰধ্বজৰ লগত অৰ্জ্জুনৰ যুদ্ধ

পদ

জন্মেজয় বদতি শুনিয়োক মুনিসুত ।
ঘোৰা লৈয়া কি কৰিলা কহিয়ো প্ৰস্তুত ॥
হস্তিনাক গৈলা যেবে কুন্তী ভীমসেন ।
কহা মুনি কি কৰ্ম্ম কৰিলা নাৰায়ণ ॥ ৩৪০২০
কৃষ্ণৰ যতেক কথা সুমধুৰ চাৰু ।
শুনিতে অমৃত কথা কহা দেৱগুৰু ॥
জৈমিনী বোলয় কথা শুনা জন্মেজয় ।
মুক্ত হৈয়া নানা দেশে ভ্ৰমে সেহি হয় ॥ ৩৪০২১
আপুন ইচ্ছায়ে ঘোৰা নানা দেশ যায় ।
সৈন্য লৈয়া ধনঞ্জয় ৰাখিয়া বেঢ়ায় ॥
ধনু ধৰি সৈন্যগণে ৰাখে চাৰি পাশ ।
ভ্ৰমি ভ্ৰমি কঙ্কপুৰে ভৈলন্ত প্ৰবেশ ॥ ৩৪০২২
নৃপতি ময়ূৰধ্বজ তাত নৰপতি ।
পৰম বৈষ্ণৱ ৰাজা বিষ্ণুত ভকতি ॥
অশ্বমেধ যজ্ঞ কৰি এৰিলা তুৰঙ্গে ।
আপুন ইচ্ছায়ে ঘোৰা চলে বায়ুবেগে ॥ ৩৪০২৩
লগত দিলেক ৰাজা অসংখ্য কটক ।
তাম্ৰধ্বজ বীৰ ভৈলা ঘোৰাৰ ৰক্ষক ॥
আচম্বিতে পাৰ্থ ঘোৰা গৈলা কঙ্কপুৰে ।
একস্থান হুয়া ঘোৰা সুখে ক্ৰীড়া কৰে ॥ ৩৪০২৪
নাসিকায়ে ঘ্ৰাণ লৈয়া দুহানো কামোৰে ।
চৰণে চৰণ হানে ভূমিত বাগৰে ।
গ্ৰীৱায়ে ঠেলিয়া দুয়ো অঙ্গে অঙ্গ ঘ্ৰাণি ।
শিৰ হস্তে ধৰণীত পৰে পত্ৰখানি ॥ ৩৪০২৫
ঘোৰা দেখি তাম্ৰধ্বজ মনত বিস্ময় ।
তাম্ৰধ্বজ মন্ত্ৰীক যে আদেশ কৰয় ॥

পত্ৰ পঢ়ি চাৰা মন্ত্ৰী এই কাৰ হয় ।
পত্ৰ লৈয়া পঢ়ে মন্ত্ৰী কুমাৰ শুনয় ॥ ৩৪০২৬
হস্তিনাপুৰত ৰাজা যুধিষ্ঠিৰ হয় ।
অশ্বমেধ যজ্ঞ কৰে জ্ঞাতিপাপ ভয় ॥
ঘোৰাৰ ৰক্ষক কৃষ্ণ সমে ধনঞ্জয় ।
যৌৱনাশ্ব অনুশাল শ্ৰীকৃষ্ণতনয় ॥ ৩৪০২৭
বৃষকেতু বভ্ৰুবাহা নীলধ্বজ ৰাজা ।
হংসধ্বজ আদি কৰি বহুবিধ প্ৰজা ॥
বেঢ়িয়া ৰাখয় ঘোৰা বাহিনী অপাৰ ।
পৃথিৱীত ঘোৰা ধৰে শক্তি আছে কাৰ ॥৩৪০২৮
পৃথিৱীৰ মধ্যে যত ৰাজা ৰাজসুত ।
এহি ঘোৰা ধৰে প্ৰাণ হৰাইব প্ৰস্তুত ॥
স্বৰ্ণ ৰজত মণি বিচিত্ৰ বসন ।
প্ৰাণ ৰক্ষা পাৱে জানা পশিলে শৰণ ॥ ৩৪০২৯
পত্ৰৰ লেখন শুনি ক্ৰোধিলা তেখনে ।
ঘোৰাৰ শিখাত আসি ধৰিলা আপুনে ॥
হাসি বোলে কুমাৰে প্ৰসন্ন ভৈল বিধি ।
মনোৰথ মোহোৰ পিতৃৰ ভৈল সিদ্ধি ॥ ৩৪০৩০
সঙ্কল্প কৰিলা বাপে অসিপত্ৰ ব্ৰত ।
কৃষ্ণ তুষ্ট হৈব জানা পিতৃৰ যজ্ঞত ॥
ঘোৰা লৈয়া চলি আইলো যজ্ঞৰ কাৰণ ।
তাতে অৰ্জ্জুনৰ ঘোৰা আইল মোৰ স্থান ॥৩৪০৩১
দুই ঘোৰা লৈয়া আমাৰ যজ্ঞ পূৰ্ণা দিব ।
বাঢ়িবে অনেক পুণ্য কৃষ্ণ তুষ্ট হৈব ॥
অশ্বৰ প্ৰসাদে আমি দেখিবো শ্ৰীহৰি ।
পাইবেক পৰম পদ পিতৃ যজ্ঞ কৰি ॥ ৩৪০৩২
শুনা শুনা মন্ত্ৰীসব আমাৰ বচন ।
এহি ঘোৰা ধৰিয়া কৰিবো ঘোৰ ৰণ ॥
কুমাৰৰ বাক্য তেবে শুনি মন্ত্ৰীবৰ ।
ঘোটক ধৰিলে যুদ্ধ হৈবেক বিস্তৰ ॥ ৩৪০৩৩
বভ্ৰুবাহা পৰাক্ৰম জানাহা আপুন ।
তেজ বীৰ্য্য পৰাক্ৰম দিব্য যত বাণ ॥
নীলধ্বজ হংসধ্বজ সুবেগ কুমাৰ ।
দৈত্যপতি অনুশাল সমৰে দুৰ্ব্বাৰ ॥ ৩৪০৩৪

সংসাৰ বিজয় হৰি অৰ্জ্জুন দুৰ্জ্জয় ।
অগ্নিক তুষিলা যেহি দহিলা খাণ্ডৱ ॥
ইন্দ্ৰক জিনিলা সবে দেৱক সম্প্ৰতি ।
দুৰ্য্যোধন ৰাখি মাৰে গন্ধৰ্ব্বৰ পতি ॥ ৩৪০৩৫
নিপাতিলা কৰ্ণ দুৰ্য্যোধন দুঃশাসন ।
জয়দ্ৰথ ভুৰিশ্ৰৱা আদি বীৰগণ ॥
নিজ বাহুবলে যেই জিনিলা সংসাৰ ।
তান সমে ৰণ কেনে কৰিবা কুমাৰ ॥ ৩৪০৩৬
পৰিব সকলো সৈন্য গজ বাজী ৰথ ।
অসংখ্য অপাৰ সৈন্য ৰণে হৈব হত ॥
যত বীৰ কহা মাত্ৰ দুই বীৰ সাৰ ।
বভ্ৰুবাহা বীৰ আৰ কৰ্ণৰ কুমাৰ ॥ ৩৪০৩৭
নাৰদে কহিছে যত শুনিছো শ্ৰৱণে ।
এক পাৰ্থ ধনুৰ্দ্ধৰ নৰ-নাৰায়ণে ॥
তথাপি কৰিবো যুদ্ধ কহিলো নিশ্চয় ।
অৰ্দ্ধচন্দ্ৰ ব্যূহ তেবে কৈলা মহাশয় ॥ ৩৪০৩৮
অৰ্জ্জুনক চাই কৃষ্ণে বুলিলা বচন ।
তাম্ৰধ্বজ সম বীৰ নাহি ত্ৰিভুৱন ॥
ময়ূৰধ্বজৰ সুত নাম তাম্ৰধ্বজ ।
সত্যবাদী ধৰ্ম্মমন্ত ৰণে মত্তগজ ॥ ৩৪০৩৯
পূৰ্ব্বে কাম জিনি আছে নৰ্ম্মদাৰ তীৰে ।
সংগ্ৰাম কৰিছে বীৰে নিৰ্ভয় শৰীৰে ॥
মহাতেজবল বীৰ কৰিলা সংগ্ৰাম ।
প্ৰচণ্ড যে ভুজ বলে জিনিলেক কাম ॥ ৩৪০৪০
সেহি বীৰে ঘোৰা ধৰে মিলিলা সঙ্কট ।
অত্যন্ত সমৰ আজি মিলিল নিকট ॥
বৃষকেতু বভ্ৰুবাহা প্ৰদ্যুম্ন প্ৰভৃতি ।
গৃধ্ৰব্যূহ কৰিয়োক সৈন্যৰ সম্প্ৰতি ॥ ৩৪০৪১
সৈন্য নিযোজিয়া দিয়ো কৰিবে সমৰ ।
শীঘ্ৰে ব্যূহ কৰা সবে সৈন্যৰ ভিতৰ ॥
তাম্ৰধ্বজ ৰণে আজি নাহিকে নিস্তাৰ ।
মহাভক্ত পৰাক্ৰম সমৰে দুৰ্ব্বাৰ ॥ ৩৪০৪২
ইন্দ্ৰ চন্দ্ৰ বায়ু সূৰ্য্য বৰুণ অনল ।
সকলে তুষিতে পাৰে বীৰ মহাবল ॥

কৃষ্ণৰ বচন শুনি বীৰ ধনঞ্জয় ।
ব্যূহ নিযোজিবে দিলা বীৰ মহাশয় ॥ ৩৪০৪৩
ব্যূহমুখে বাসুদেৱ ৰহিলা আপুনে ।
অনুশাল হংসধ্বজ ৰহে অনুক্ৰমে ॥
দুইপাশে প্ৰদ্যুম্ন সাত্যকি অনিৰুদ্ধ ।
যৌৱনাশ্ব সুবেগ যে আৰো মহাযুদ্ধ ॥ ৩৪০৪৪
ব্যূহমধ্যে অৰ্জ্জুন যে ৰৈলা বীৰভাগ ।
বৃষকেতু প্ৰদ্যুম্ন যে ৰৈলা ব্যূহআগ ॥
এহিমতে অৰ্জ্জুন যে ৰৈলা যুদ্ধ সাজ ।
বাসুদেৱে সম্বোধিয়া বোলে তাম্ৰধ্বজ ॥ ৩৪০৪৫
অৰ্জ্জুনে সহিত আইলা কৰিবে সমৰ ।
যজ্ঞৰ ঘোটক আমি নিছো অৰ্জ্জুনৰ ॥
মোহোৰ বচন এক শুনা বনমালী ।
সখা অৰ্জ্জুনক আজি ৰাখিয়ো আকলি ॥৩৪০৪৬
মোহোৰ হাতত আজি মৰণ নিশ্চয় ।
যমৰ সহিতে আজি কৰাওঁ পৰিচয় ॥
গদাহস্তে লোৱা প্ৰভু সুদৰ্শন চক্ৰ ।
নিশ্চয় পাৰ্থৰ আজি বিধি ভৈলা বক্ৰ ॥ ৩৪০৪৭
সশঙ্কিত হুয়া যদি হাতে ধৰা চক্ৰ ।
তথাপি গ্ৰাসিবো যেন ৰাহু গ্ৰাসে অৰ্ক ॥
আকৰ্ণ পূৰিয়া ধনু কৰিলা টঙ্কাৰ ।
শৰবৃষ্টি কৰি সবে কৈলা অন্ধকাৰ ॥ ৩৪০৪৮
ত্ৰিশূল বিশাল সেনা বিশালত অগ্নি ।
কুলীশ কুঠাৰ বনে যেন জ্বলে বহ্নি ॥
তিনিবাণ এৰিলেক শতবাণ হয় ।
সিংহসম পৰাক্ৰম সমৰে দুৰ্জ্জয় ॥ ৩৪০৪৯
মহাক্ৰোধে পাঞ্চবাণে ভেদি কলেৱৰ ।
চাৰিবাণে চাৰি ঘোৰা কৰে থৰ থৰ ॥
চব্বিশ শৰঘাৱে কৃতবৰ্ম্মা যে সাত্যকি ।
ভেদিলা শতেক শৰে কাম যে ধনুকী ॥ ৩৪০৫০
অনিৰুদ্ধে ভেদিলেক অযুতেক শৰ ।
ক্ৰোধ কৰি অনিৰুদ্ধ চলিলা সত্বৰ ॥
থাক থাক বুলি বীৰে ধনু দিলা গুণ ।
দেখ তাম্ৰধ্বজ মোৰ তেজবীৰ্য্য মান ॥ ৩৪০৫১
মোৰ শৰে আজি তোৰ নাহিকে নিস্তাৰ ।
অশ্ব আনি দিয়া যদি চিন বৰ্ত্তিবাৰ ॥
অনিৰুদ্ধ বাক্য শুনি কটাক্ষ কৰিল ।
নিষ্ঠুৰ বচনে অনিৰুদ্ধক বুলিল ॥ ৩৪০৫২
কামদেৱ পিতা তোৰ বৰ ধনুৰ্দ্ধৰ ।
পুষ্পধনু পাঞ্চবাণ গুণ মধুকৰ ॥
স্ত্ৰীৰ মন মোহে মাত্ৰ নাৰীত শকত ।
তান পুত্ৰ হুয়া তুমি সৰ্ব্ব যে মহত্ত্ব ॥ ৩৪০৫৩
ঊষাক কৰিলা বিহা চোৰবৃত্তি কৰি ।
বাণে বন্দী কৰিলে এৰিলেক ধৰি ॥
কন্যাৰ কাকুতি তোৰ ৰহিলেক পৰাণ ।
আজি মোৰ শৰে তোৰ নাহি পৰিত্ৰাণ ॥৩৪০৫৪
শুনি ক্ৰোধে অনিৰুদ্ধে বুলিলা বচন ।
কি বুলিলি মূঢ়মতি অবোধ দুৰ্জ্জন ॥
আপোনাক প্ৰশংসয় কিমত বৰ্ব্বৰ ।
বলবীৰ্য্য আছে যদি দেখোক সমৰ ॥ ৩৪০৫৫
হেনমতে ক্ৰোধ কৰি অনিৰুদ্ধ বীৰে ।
ষাঠি শৰে ভেদে তাম্ৰধ্বজৰ শৰীৰে ॥
চাৰি বাণে চাৰি ঘোৰা কৰিলা জৰ্জ্জৰ ।
বিৰথী যে হুয়া তাম্ৰধ্বজ বীৰবৰ ॥ ৩৪০৫৬
তাম্ৰধ্বজ নিবাৰিয়া সৈন্য কৰে ক্ষয় ।
গজ বাজী তুৰঙ্গ ভূমিত লোটয় ॥
কাহাৰো কাটিলা শিৰ কাৰো কাটে বাহু ।
সৈন্যসব কাটে যেন চন্দ্ৰ গ্ৰাসে ৰাহু ॥ ৩৪০৫৭
শিৰ কৰ কাৰো মধ্য কাটে ধ্বজ ছত্ৰ ।
গজমুণ্ড কাটিয়া সকলে কৈলা হত ॥
কাহাৰো কাটিলা উৰু কাহাৰো বদন ।
নাসিকা কাটিলা কাৰো কাহাৰো নয়ন ॥৩৪০৫৮
কৰ্ণ গ্ৰীৱা গণ্ডস্থল পেলাইলেক ছেদি ।
অযুত নিযুত বাণ হৃদয়ত ভেদি ॥
তেজে নদী বহি যায় ধৰণীমণ্ডলে ।
ভাসি যায় সবে নদী মনুষ্যসকলে ॥ ৩৪০৫৯
তিনি অক্ষৌহিণী বীৰ ৰণে কৈলা ক্ষয় ।
কৃষ্ণ পৌত্ৰ বীৰবৰ প্ৰদ্যুম্ন তনয় ॥

সিংহনাদ কৰি বীৰে কৰয় সংহাৰ।
শুষ্কতৃণ মধ্যে যেন অগ্নিৰ প্ৰচাৰ ॥ ৩৪০৬০
আকাশত বায়ু যেন উৰাৱে পতঙ্গ।
সেহিমতে শৰবৃষ্টি চাইলা যে সৰ্ব্বাঙ্গ ॥
সেনাহত দেখি বৰ ক্ৰোধে তাম্ৰধ্বজ।
কেশৰী ধাইলন্ত যেন দেখি মত্তগজ ॥ ৩৪০৬১
অনেক বিস্তৰ সৈন্য অনিৰুদ্ধে ছেদি।
ললাটে বাহুত মুখে নাকে চক্ষু ভেদি ॥
পাঞ্চবাণে ধনু কাটি কৰিলা দুখণ্ড।
ভূমিত পৰয় সবে হুয়া খণ্ড খণ্ড ॥ ৩৪০৬২
অযুত নিযুত বাণে হৃদয় ভেদিলা।
অনিৰুদ্ধ নিবাৰিয়া সৈন্যনাশ কৈলা ॥
গজ বাজী ধনু ধ্বজ সৈন্য ৰথী ৰথ।
প্ৰহাৰি দাৰুণ বাণ সৈন্য কৰে হত ॥ ৩৪০৬৩
পাঞ্চশৰে বিমুখ কৰিলা অৰ্জ্জুনক।
কৃষ্ণক সম্বোধি বোলে কৰিয়া কৌতুক ॥
সাক্ষাতে দেখিলা অনিৰুদ্ধৰ বিনাশ।
আজি অৰ্জ্জুনৰ নাই জীৱনৰ আশ ॥ ৩৪০৬৪
হেন শুনি বৃষকেতু মহা কোপ কৰি।
ক্ৰোধ কৰি ইন্দ্ৰ যেন ধাইলা বজ্ৰ ধৰি ॥
ৰথে চৰি তাম্ৰধ্বজ ভৈল উপসন্ন।
সাত সাত শৰে অঙ্গ ভেদিলা তেখন ॥ ৩৪০৬৫
পাঞ্চশৰে ধনু ৰথ সবাকো নাশিল।
আন ৰথে তাম্ৰধ্বজ তেখনে চৰিল ॥
সিয়ো ৰথে বৃষকেতু লীলায়ে কাটিলা।
আন ৰথে তাম্ৰধ্বজ উঠিয়া যে ধাইলা ॥৩৪০৬৬
সেহি ৰথে তাম্ৰধ্বজ আসে ৰণ আগে।
যেহি ৰথ বৃষকেতু কাটে বায়ুবেগে ॥
ক্ৰোধ কৰি বৃষকেতু পশিলা ৰণত।
একো একো কৰি কাটে তিনিকোটি ৰথ ॥ '৬৭
আন ৰথে চৰি ধাইলা তাম্ৰধ্বজ বীৰ।
অগৰু চন্দন গন্ধে লেপিয়া শৰীৰ ॥
অৰ্দ্ধচন্দ্ৰ শৰপাত জুৰিলা ধনুকে।
আকৰ্ণ পুৰিয়া মাৰে বৃষকেতু বুকে ॥ ৩৪০৬৮
হৃদয় ভেদিয়া বাণ পৃষ্ঠে ভৈলা বাহিৰ।
ক্ৰৌঞ্চ গিৰিৰাজ যেন ভেদিলা কুমাৰ ॥
বিমূৰ্চ্ছিত হুয়া বীৰ পৰিল ভূমিত।
নাকে মুখে বাহিৰ ভৈলা বিস্তৰ শোণিত ॥৩৪০৬৯
ৰথী ৰথ সাৰথি ভেদিলা পাঞ্চশৰে।
ধনু শৰ কৱচ কাটিলা বীৰবৰে ॥
যৌৱনাশ্ব শৰীৰক প্ৰহাৰে পাঞ্চবাণ।
ৰথা ৰথ সাৰথি কৰিলা খান খান ॥ ৩৪০৭০
পৰিলেক যৌৱনাশ্ব খাই মৰ্ম্মঘাৱ।
ভূমিতলে পৰিল বীৰ মুখে নাসে ৰাৱ ॥
ক্ৰোধিলেক তাম্ৰধ্বজ হৃদয় আহ্লাদে।
হৰিষে পূৰিলেক বীৰ ঘোৰ সিংহনাদে ॥ ৩৪০৭১
কৃতবৰ্ম্মা বীৰ পাচে দেখিলেক পাশে।
ভেদিলা হৃদয় যেন গিৰিশৃঙ্গ খসে ॥
পঞ্চাশ দাৰুণ শৰে ভেদি কৃতবৰ্ম্মা।
তাম্ৰধ্বজ সৈন্য কাটে নাহিকে উপমা ॥৩৪০৭২
ক্ৰোধ কৰি ধাইলন্ত দাৰুণ তাম্ৰধ্বজ।
মত্তসিংহ আগে যেন পৰিলেক গজ ॥
পঞ্চশৰে হৃদয় তাৰিলা তাম্ৰধ্বজে।
ক্ৰোধে কৃতবৰ্ম্মাক বিদাৰে মত্তগজে ॥ ৩৪০৭৩
ধ্বজ ছত্ৰ ৰথ দণ্ড কৱচ কুণ্ডল।
দশ বাণে তাম্ৰধ্বজ কাটিলা সকল ॥
ভূমিত পৰিয়া কান্দে যেন মৃতপ্ৰায়।
পুণ্যহীন জন যেন স্বৰ্গভ্ৰষ্ট হয় ॥ ৩৪০৭৪
সবাৰ বিমুখ দেখি বভ্ৰুবাহ ধাইলা।
যেন ঘৃতধাৰে বহ্নি কুণ্ডত জ্বলিলা ॥
যুগান্তৰ ৰবি যেন প্ৰচণ্ড প্ৰতাপ।
মৃগ ধৰিবাক যেন ধাইলা কালসাপ ॥ ৩৪০৭৫
দিব্য ৰথে চৰি বীৰে কৰিলা প্ৰয়াণ।
শোভয় প্ৰচণ্ড কৰি দিব্য ধনুখান ॥
অগৰু চন্দন গোন্ধে লেপিয়া শৰীৰ।
কৱচ কুণ্ডল মণি শোভা কৰে বীৰ ॥ ৩৪০৭৬
ৰথে চৰি তাম্ৰধ্বজ আগে ভৈলা স্থিৰ।
আকাশে প্ৰকাশে যেন উদিত ভাস্কৰ ॥

দুইবীৰ তৰুণ দাৰুণ সুকুমাৰ।
দুইগোটা সিংহ যেন ভৈলা আগে সাৰ॥৩৪০৭৭
অগৰু চন্দন গোন্ধে লেপিয়া শৰীৰ।
বক্ৰুবাহা দেখি ক্ৰোধে তাম্ৰধ্বজ বীৰ॥
কটাক্ষ কৰিয়া বীৰে দিলেক উত্তৰ।
অৰ্জ্জুন বধিয়া তই কৰ অহঙ্কাৰ॥ ৩৪০৭৮
জনক বধিয়া তোৰ বিস্তৰ প্ৰতাপ।
মদগৰ্ব্ব হৈছে তোৰ বধি আছ বাপ॥
বচন চাতুৰি কৰি কহিলা বিশেষ।
বাহুৰিয়া যাৱা কেনে মণিপুৰ দেশ॥ ৩৪০৭৯
শিশু বৃষকেতু জিনি বৰ গৰ্ব্ব তোৰ।
যৌৱনাশ্ব অনুশাল সুবেগ কুমাৰ॥
সাত্যকি প্ৰভৃতি অনিৰুদ্ধ কামদেৱ।
ইসবক জিনিছা নাছিল বাসুদেৱ॥ ৩৪০৮০
আপুনে আছন্ত বাসুদেৱ বিদ্যমানে।
পিতৃসঙ্গে পুত্ৰে আজি হৰাইবে পৰাণে॥
সপ্ত অশ্বমেধ বাপে কৰিছে নিপুণ।
সংসাৰক জিনিলো ধৰিয়া ধনুগু´ণ॥ ৩৪০৮১
অষ্ট অশ্বমেধ তোক মাৰি দিবো ডালি।
অহঙ্কাৰ পূৰ্ণ হৈব তোক দিবো বলি॥
এহি শুনি বক্ৰুবাহা বুলিলা বচন।
শুন তাম্ৰধ্বজ তুমি বৰ মূঢ় জন॥ ৩৪০৮২
আপোনাক বীৰ দেখা পৰক নিন্দিত।
মোৰ শৰে তোৰ বুকে পিবেক শোণিত॥
সাত অশ্বমেধ কৰি বাঢ়ি আছে বল।
মোৰ বাণ ঘাৱে তোক নিবো ৰসাতল॥ ৩৪০৮৩
এহি বুলি ধনু ধৰি আস্ফাল কৰিলা।
টঙ্কাৰ কৰিয়া গুণ ত্ৰিশূল এৰিলা॥
আকৰ্ণপূৰিয়া এৰে বজ্ৰসম শৰ।
মাৰি তাম্ৰধ্বজ পেশো যমৰ নগৰ॥ ৩৪০৮৪
বিদ্যুত সঞ্চাৰে শৰ প্ৰবেশিলা বুক।
মৰ্ম্মঘাৱে বক্ৰুবাহা কম্পি জ্বলিলেক॥
ঘাৱ সাম্বৰিয়া বীৰ বোধিলা তেখনে।
অৰ্দ্ধচন্দ্ৰ প্ৰহাৰিয়া ভেদিলা গগনে॥ ৩৪০৮৫
আৰ পাঞ্চশৰে পুনু ভেদিলা ললাট।
মৰ্ম্মঘাৱে তাম্ৰধ্বজ হৃদি যায় ফাট।
মহাবলে তাম্ৰধ্বজে শৰপাত এৰে।
বজ্ৰসম বাণ বক্ৰুবাহা গাৱে পৰে॥ ৩৪০৮৬
আৰ শৰ এৰিয়া সন্ধানে তাৰ বুকে।
শিলিমুখ প্ৰহাৰিয়া ভেদিলেক মুখে॥
বেগে বক্ৰুবাহা বীৰে শৰ প্ৰহাৰিল।
তাম্ৰধ্বজ ডাইন কৰ্ণে শৰ প্ৰবেশিল॥ ৩৪০৮৭
দুইবীৰে দুহাঙ্ক ভেদিলা মৰ্ম্মঘাৱ।
উৰু কৰ শিৰ ছেদে গিৰিশৃঙ্গ প্ৰায়॥
মুখ বক্ষস্থল ভেদে প্ৰচণ্ড শৰঘাৱে।
হৃদয়ে পৰিয়া দুয়ো ভূমিত লোটাৱে॥ ৩৪০৮৮
পুনু অৰ্দ্ধচন্দ্ৰ এৰে তাম্ৰধ্বজ বীৰে।
বজ্ৰপাতে ভেদিলেক বক্ৰুবাহা শিৰে॥
মৰ্ম্মঘাৱে তেজধাৰা সৰ্ব্ব অঙ্গ ভৰি।
তমোময় দেখি বীৰ স্মৰে হৰি হৰি॥ ৩৪০৮৯
মোহ পায়া বক্ৰুবাহা ধনু কৰে ধৰি।
পাঞ্চশৰে তাম্ৰধ্বজ বীৰক আৰৰি॥
পুনু শিলিমুখে বুক ভেদিলা তেখনে।
পুনু শৰঘাৱে ভেদিলেক দুই কৰ্ণে॥ ৩৪০৯০
বজ্ৰশৰ ঘাৱে তাম্ৰধ্বজেও কোপিলা।
যেন ঘৃতধাৰে অগ্নি প্ৰকোপে জ্বলিলা॥
তাম্ৰবৰ্ণ চক্ষু কৰি ধনুগু´ণ সাজি।
চাৰি শৰ প্ৰহাৰিয়া কাটে চাৰি বাজী॥ ৩৪০৯১
আৰ ৰথে বক্ৰুবাহা উঠিলা তেখন।
সিয়ো ৰথ কাটিলেক কোপ কৰি মন॥
ৰথ কাটি কৰিলা দাৰুণ সিংহনাদ।
প্ৰলয়ৰ মেঘ যেন গৰ্জ্জিলা বিশাদ॥ ৩৪০৯২
মহাক্ৰোধে বক্ৰুবাহা উঠি বীৰবৰ।
ধনুত জুৰিয়া ক্ষেপিলন্ত দশ শৰ॥
তাম্ৰধ্বজে দশ শৰ এৰিলেক কোপে।
কাটিলা সকলে শৰ বজ্ৰৰ প্ৰতাপে॥ ৩৪০৯৩
বক্ৰুবাহা ত্ৰিশ শৰ কৰিলা প্ৰহাৰ।
আৱৰিলা চৰাচৰ পৱন সঞ্চাৰ॥

দুইবীৰ সমৰে খানিক নহে হীন ।
প্ৰচণ্ড প্ৰতাপ দুই সমৰে নিপুণ ॥ ৩৪০৯৪
দুইবীৰ বজ্ৰ বৰিষয় মহা ধাৱে ।
খণ্ড খণ্ড ভৈলা অঙ্গ শৰৰ প্ৰহাৰে ॥
দেখি কোপে ধাইলা তাম্ৰধ্বজ যে ধানুকী ।
গৰুড় ধাইলন্ত যেন ধৰিতে বাসুকি ॥ ৩৪০৯৫
বজ্ৰসম শৰ জুৰি দেখি ভয়ঙ্কৰ ।
বভ্ৰুবাহা বুকে শৰ পশিলা সত্বৰ ॥
বিষম দাৰুণ শৰে বীৰ মূৰ্চ্ছা গৈলা ।
যেন বীৰ্য্যৱন্ত সৰ্পৰাজে বাসা কৈলা ॥ ৩৪০৯৬
সাৰথিৰ মাথা কাটি হানি তীক্ষ্ণ শূল ।
ৰথী ৰথ সাৰথিৰ কৰিলা নিৰ্ম্মূল ॥
চট চট কৰে বীৰ যেন জ্বলে দীপ ।
ৰথে সমে তাম্ৰধ্বজ মিলিল সমীপ ॥ ৩৪০৯৭
প্ৰচণ্ড অনলে যেন লোটে ভূমিতল ।
খসাই লৈলন্ত বীৰ কৰ্ণৰ কুণ্ডল ॥
আভৰণ সকলক পেলাইলেক দূৰে ।
ধনুৰ্গুণ গ্ৰীৱে দিয়া টানিলেক বীৰে ॥৩৪০৯৮
বিমূৰ্চ্ছিত ভৈলা দেখি দয়া উপজিলা ।
উলট পালট কৰি তুলিয়া শুৱাইলা ॥
পাতাল ভেদিয়া যেহি জিনিলেক নাগ ।
হেন বভ্ৰুবাহা পৰে কৃষ্ণ পাৰ্থ আগ ॥ ৩৪০৯৯
হেন দেখি পলাই যায় সকলে বাহিনী ।
কাৰ প্ৰাণে সৈবে পাৰে বাণৰ অগনি ॥
নীলধ্বজ হংসধ্বজ যত বীৰবৰ ।
তাম্ৰধ্বজ সমে বীৰ জিনিলা সমৰ ॥ ৩৪১০০
অচেতন বীৰসব ঘাৱত জৰ্জ্জৰ ।
প্ৰাণ ত্যজি গৈলা সবে যমৰ নগৰ ॥
কেহো বোলে পলাই যাইবো আপোনাৰ দেশ ।
অৰ্জ্জুনৰ ভয়ে আমি ত্যজিবো বিশেষ ॥ ৩৪১০১
যজ্ঞ কৰে গোত্ৰবধ পাপ কৰে ক্ষয় ।
কি কৰিবো পুনু আৰো আমাৰ প্ৰলয় ॥
প্ৰাণ লৈয়া পলাই যাইবো দেশ দেশান্তৰ ।
হস্তিনা ত্যজিলে পাচে আছে কিবা ডৰ ॥৩৪১০২
এহি বুলি সেনাগণ কৰে হাহাকাৰ ।
বিকল ভৈলন্ত প্ৰাণ শৰৰ প্ৰহাৰ ॥
সৈন্যৰ কাকুতি শুনি কোপে ধনঞ্জয় ।
ধনুত গুণক দিয়া টঙ্কাৰ পূৰয় ॥ ৩৪১০৩
কোপে পঞ্চ তীক্ষ্ণ শৰ বীৰে প্ৰহাৰিলা ।
দুই দল মধ্যে তাম্ৰধ্বজক ভেদিলা ॥
দশ শৰে ৰথে সমে সাৰথি কাটিলা ।
আৰ ৰথে উঠি বীৰ প্ৰকোপে জ্বলিলা ॥৩৪১০৪
ধনু ধৰি ধনঞ্জয় কৰে শঙ্খবাৰ ।
প্ৰলয় কালত যেন গৰ্জ্জয় বাসৱ ॥
শিলিমুখ হানি ৰথ কৈলা খণ্ড খণ্ড ।
ঘোটকে সহিতে কাটে সাৰথিৰ মুণ্ড ॥ ৩৪১০৫
অৰ্জ্জুনক হানি কৰে জৰ্জ্জৰিত বৰ ।
নিসন্ধি কৰিয়া বীৰে ভেদি কলেৱৰ ॥
আন ৰথে চৰিয়া প্ৰচণ্ড ধনঞ্জয় ।
দেৱদত্ত শঙ্খ পূৰে বীৰ মহাশয় ॥ ৩৪১০৬
শঙ্খবাৰ শুনিয়া কোপিলা তাম্ৰধ্বজ ।
মৃগ ধৰিবাক যেন ধাইলা মত্তগজ ॥
এৰিলা নৰাচ বাণ হুহুঙ্কাৰ কৰি ।
হৃদয় পূৰিয়া পাৰ্থ পৰে বসুন্ধৰী ॥ ৩৪১০৭
মৰ্ম্মঘাৱে বিমূৰ্চ্ছিত ভৈলা ধনঞ্জয় ।
কৃষ্ণ বিদ্যমানে পৰে দেখি তমোময় ॥
ৰথে সমে উৰাইলন্ত যোজনৰ পথে ।
বায়ুবাণ প্ৰচণ্ড হানিলা ইন্দ্ৰসুতে ॥ ৩৪১০৮
আৰ শৰে ৰথখানি থৈলা বিদ্যমানে ।
অঙ্গভেদি অৰ্জ্জুনে জৰ্জ্জৰ কৈলা বাণে ॥
অ ৰ তিনি শৰ পাৰ্থ এৰে বাহুবলে ।
উৰাইলন্ত ৰথখান গগনমণ্ডলে ॥ ৩৪১০৯
দেৱদত্ত শঙ্খধ্বনি কৈলা মহাশয় ।
গজবাজী ৰথধ্বজ কাটি কৈলা ক্ষয় ॥
পাঞ্চ অক্ষৌহিণী বীৰ কাটি কৰে ক্ষয় ।
চলি গৈলা তাম্ৰধ্বজ সমৰে দুৰ্জ্জয় ॥ ৩৪১১০
শেল শূল মুষল মুদগৰ শৰজালে ।
আৰৰিলা দুইবীৰ গগনমণ্ডলে ॥

যেন সোন্দাকলত অসংখ্য পক্ষীগণ।
একত্র যে হুয়া কৰে বৃক্ষ আৰোহন ॥ ৩৪১১১
হেনমতে দুইবীৰ দুহাঙ্কো ভেদয়।
ৰুধিৰে দগধ তনু অধিকে শোভয় ॥
যেন গিৰি শিখৰে অশোক বৃক্ষ দুই।
সেহিমতে শোভা কৰে দুইবীৰ কায় ॥ ৩৪১১২
তেজে তনু খণ্ডিত খানিক মুটুটয়।
দুইমত্ত সিংহ যেন সংগ্রাম কৰয় ॥
অন্যো অন্যে যম চিন্তে দুই মহাবল।
দাৰুণ দুৰ্ব্বাৰ দুয়ো সমৰে কুশল ॥ ৩৪১১৩
তাম্রধ্বজ ধনু শৰ ৰথ শৰাঘাতে।
একত্রে ছেদিয়া পেলাইলন্ত পাৰ্থ ৰথে ॥
যেহি যেহি ৰথে চৰি তাম্রধ্বজ ধাৰে।
মহাবীৰ ধনঞ্জয় কাটিয়া পেলাৰে ॥ ৩৪১১৪
জৈমিনী বোলয় কথা শুনা জন্মেজয়।
দ্বিতীয় সহস্র ৰথ অৰ্জ্জুনে কাটয় ॥
দুইবীৰ মাংসসব পৰে শৰঘাৰে।
বায়ু নিয়া পেলাৰয় গোবিন্দৰ পাৰে ॥ ৩৪১১৫
একক্রমে দুয়ো আছে সপ্তম বাসৰ।
ত্রৈলোক্য মোহন ৰণ ঘোৰ ভয়ঙ্কৰ ॥
ক্রোধ ভৈলা তাম্রধ্বজ সমৰে দুৰন্ত।
যমদণ্ড লৈয়া যেন ধাইলন্ত কালন্ত ॥ ৩৪১১৬
ৰথসমে অৰ্জ্জুনক ধৰি বামহাতে।
বায়ুবেগে অন্তৰীক্ষে উঠি আকাশতে ॥
আদিত্যমণ্ডলে যেন দেখিতে নিগূঢ়।
গজকুম্ভ লৈয়া যেন উঠিলা গৰুড় ॥ ৩৪১১৭
আকাশৰ হস্তে ক্ষেপি পেলায় ভূমিতলে।
চক্রাকাৰ কৰি ফুৰে গগনমণ্ডলে ॥
অৰ্জ্জুন বিনাশ দেখি চিন্তিলেক হৰি।
নিৰেক্ষিয়া ৰথ ৰাখিলন্ত কৰে ধৰি ॥ ৩৪১১৮
তাক দেখি তাম্রধ্বজ উপহাস্য কৰে।
অৰ্জ্জুন ৰাখিবে যত্ন কৰা দামোদৰে ॥
অল্প তেজবীৰ্য্য পাৰ্থ বীৰ নহে গণি।
সিকাৰণে বেঢ়িয়া ৰাখিলা চক্রপাণি ॥ ৩৪১১৯

তাম্রধ্বজ বচনক শুনি দামোদৰে।
গদা কৰে ধৰি ধাইলা দেৱ গদাধৰে ॥
আকাশমণ্ডলে উঠি মাৰিলেক লাঠি।
সৰ্ব্বশক্তি টুটি বীৰ পৰিলেক পৃথ্বী ॥ ৩৪১২০
ধৰণীত পৰে বীৰ গগনক ছাৰি।
কাৰ্ত্তিকে নাশিলা যেন কনকৰ গিৰি ॥
ধনু লৈয়া পুনু বীৰে কৰিলা সন্ধান।
অৰ্জ্জুন কৃষ্ণক প্রতি প্রহাৰিলা বাণ ॥ ৩৪১২১
অৰ্জ্জুনে বোলয় কৃষ্ণ লোৱা ধনুশৰ।
তেজবীৰ্য্য পৰাক্রমে তাম্রধ্বজ বৰ ॥
বৃষকেতু বভ্রুবাহা প্রদ্যুম্ন প্রভৃতি।
তৃণবতে সৈন্য মাৰি মাৰে হয় হস্তী ॥ ৩৪১২২
কাল যম সম বীৰ সমৰে দুৰ্ব্বাৰ।
ইহাৰ হাতত আজি নাহিকে নিস্তাৰ ॥
প্রচণ্ড ধনুক ধৰি মাৰে বীৰে বৈৰী।
গাণ্ডীৱৰ গুণ পাৰ্থে মাজে মুষ্টি ধৰি ॥ ৩৪১২৩
মহাকোপে কৃষ্ণ-পাৰ্থে কৰে শৰবৃষ্টি।
যুগান্তৰ মেঘে যেন আৰম্ভিলা সৃষ্টি ॥
কোপে তাম্রধ্বজে শৰ কৰন্ত প্রহাৰ।
কৃষ্ণ পাৰ্থ ভেদিয়া বহয় তেজধাৰ ॥ ৩৪১২৪
প্রচণ্ড প্রতাপ দেখি দুইৰো ধনুৰ্ব্বাণ।
তাম্রধ্বজে হাসি বাক্য বোলে ভগৱান ॥
দুই ৰথে দুই চৰে কিবা প্রয়োজন।
পাৰ্থৰ ৰথত গৈয়া চৰা ভগৱান ॥ ৩৪১২৫
তুমি যে সাৰথি হোৱা অৰ্জ্জুন হৌক ৰথী।
তেবেসে সমৰে তাৰিবেক লৰে ৰতি ॥
তাম্রধ্বজ বাক্যে কৃষ্ণ ৰথ পৰিহৰি।
অৰ্জ্জুনৰ ৰথে গৈয়া চৰিলা মুৰাৰি ॥ ৩৪১২৬
মহাৰথী অৰ্জ্জুন সাৰথি ভগৱান।
ৰথ নিয়া দিলা তাম্রধ্বজ বিদ্যমান ॥
দেখি ৰথখান কোপে ধাইলা তাম্রধ্বজ।
টোণ বাণ সমে ধাৰে যুদ্ধে যত সাজ ॥ ৩৪১২৭
দশ বাণে ভেদিলেক দেৱ দামোদৰ।
তিনিবাণে ভেদিলেক পাৰ্থকলেৱৰ ॥

হৃদয় ভেদিয়া বাণ পৃথিবীত পশে।
শত বাণে পুনু ভেদিলেক হৃষীকেশে ॥ ৩৪১২৮
মহাতাপ পাই পার্থে ধনু লৈলা হাতে।
ইন্দ্রক কোপিলা যেন দেৱ জগন্নাথে ॥
লৈলন্ত নৱাচ বাণ বজ্রৰ সমান।
বাণে উকৱাই নিলা তান বিদ্যমান ॥ ৩৪১২৯
বাণে ফুটি তাম্ৰধ্বজ ভৈলন্ত দুখিত।
অচেতন হুয়া বীৰ পৰিল ভূমিত ॥
চেতনক পাই বীৰে কৰে সিংহনাদ।
প্ৰলয়ৰ মেঘে যেন কৰিলা সংবাদ ॥ ৩৪১৩০
কৃষ্ণ পাৰ্থ আৰবিলা শৰ বৰিষণে।
ৰথ ধ্বজ সাৰথি জৰ্জ্জৰ কৈলা বাণে ॥
কালান্তক যম যেন বজ্ৰতো অধিক।
ক্রৌঞ্চ ভেদিবাক যেন ধাইলন্ত কাৰ্ত্তিক ॥৩৪১৩১
চাৰি বাণে ৰথখান ভ্ৰমাৱে গগনে।
চক্রাকাৰে ভ্ৰমে ৰথ দেখি জনাৰ্দ্দনে ॥
জাম্প দিয়া ৰথখান ৰাখিলেক চাপে।
সুদৰ্শন চক্ৰ লৈয়া ধাইলা মহাকোপে ॥৩৪১৩২
পদভৰে ধৰণীক কৰে টলবল।
মেৰু যে মন্দৰ কম্পে কম্পে ভূমিতল ॥
সপত সাগৰ তথা লাগিল হিন্দোল।
ভঙ্গ দিলা বাহিনী কৰিয়া অনুৰোল ॥ ৩৪১৩৩
দশোদিশ কম্পমান দ্বাদশ আদিত্য।
অনন্ত বাসুকি তেৱে ভৈলন্ত কম্পিত ॥
বায়ু কম্পে বৰুণ অৰুণ কম্পমান।
সুদৰ্শন চক্ৰক এৰিলা ভগৱান ॥ ৩৪১৩৪
গজ বাজী সেনাগণ কৰয় নিপাত।
ৰথে চৰি তাম্ৰধ্বজে দেখয় সাক্ষাত ॥
দুই অক্ষৌহিণী সেনা দেখিলা নিধন।
ৰথ এৰি তাম্ৰধ্বজ ৰহিলা তেখন ॥ ৩৪১৩৫
ভক্তিভাৱে স্তুতি কৰে কৃষ্ণৰ চৰণ।
তুমি ব্ৰহ্মা তুমি বিষ্ণু তুমি পঞ্চানন ॥
স্ৰজক পালক তুমি প্ৰভু সংহাৰক।
ত্ৰিভুৱনে যত জীৱ তোমাৰ সেৱক ॥ ৩৪১৩৬

তুমি ৰবি শশী তুমি ধৰণী পৱন।
কেহ ভিন্ন নহে তুমি সবাৰে জীৱন ॥
তোমাৰ সংসাৰ সৃষ্টি পালা ত্ৰিজগত।
কৃপাৰ সাগৰ প্ৰভু অনাথৰ নাথ ॥ ৩৪১৩৭
সপ্ত অশ্বমেধ বাপে কৰে বাৰে বাৰে।
এহিমাত্ৰ মনোৰথ কৃষ্ণ দেখিবাৰে ॥
কৰিব অষ্টম যজ্ঞ তুৱা প্ৰীতিতৰে।
ঘোৰা ৰাখিবাৰ বাপে নিয়োজিলা মোৰে ॥৩৪১৩৮
সেৱক দুইহানো যুদ্ধ দেখিয়ো কৌতুক।
কাৰ পক্ষ হোৱা কাৰ বিদাৰাহা বুক ॥
ঈশ্বৰৰ ধৰ্ম্ম এহি নহয়ে উচিত।
সমভাৱে সেৱকৰ সমৰে কৰা হিত ॥ ৩৪১৩৯
কিসক সকলে সৈন্য মাৰা বাসুদেৱ।
তুমি হেন কৰিলে ৰাখিবে পাৰে কেৱ ॥
এহি বাক্য তাম্ৰধ্বজে বুলিলা বিদিত।
চক্ৰ এৰি বাসুদেৱ ভৈলন্ত লজ্জিত ॥ ৩৪১৪০
স্তুতি শুনি তুষ্ট ভৈলা দেৱ জগন্নাথ।
চক্ৰ সম্বৰিয়া হৰি লৈলা বামহাত ॥
তাম্ৰধ্বজে বোলে শুনা ত্ৰৈলোক্য পূজিত।
যজ্ঞ অৰ্থে বাপ মোৰ হৈয়াছে দীক্ষিত ॥৩৪১৪১
তাতে তুমি বিঘ্নি কৰা হয়ো ব্যৱহাৰ।
ইয়ো যুদ্ধে বুদ্ধি দিয়া কৰা প্ৰতিকাৰ ॥
তাম্ৰধ্বজ বাক্য শুনি ভৈলন্ত সদয়।
কৃষ্ণে বোলে ধনুশৰ লোৱা ধনঞ্জয় ॥ ৩৪১৪২
ধনু ধৰি শৰবৃষ্টি কৰিলা অৰ্জ্জুনে।
তাম্ৰধ্বজ আৰবিলা বাণ বৰিষণে ॥
পাঞ্চ শৰে হৃদয় ভেদিলা ধনঞ্জয়ে।
কোপিলেক তাম্ৰধ্বজ তীক্ষ্ণশৰ ঘাৱে ॥ ৩৪১৪৩
কাল যম সম ভৈলা অৰুণ লোচন।
ওষ্ঠাধৰ শিৰ উৰু ভৈলা কম্পমান ॥
গদা হস্তে ধৰি বীৰে ভৈলা আগুসাৰ।
কৃষ্ণ পাৰ্থ মাথে কৈলা গদাৰ প্ৰহাৰ ॥ ৩৪১৪৪
পুনৰপি পদগতি কৰি মহাবলী।
কৃষ্ণ পাৰ্থ লৈয়া উঠে গগনমণ্ডলী ॥

ৰাজপক্ষী মাছ যেন লৈয়া কৰে উৰা ।
কৃষ্ণক পাৰ্থক লৈয়া বীৰে কৰে ক্ৰীড়া ॥৩৪১৪৫
দুয়োকো ক্ষেপিলা বীৰে ধৰণী উপৰে ।
জৰা জৰি হুয়া পৰে ধৰণী সত্বৰে ॥
পৰ্ব্বত সদৃশ দুয়ো পৰে মহীতলে ।
পৰ্ব্বত সংসাৰ মহী লৰে জলে স্থলে ॥ ৩৪১৪৬
যেন মেৰু শিখৰ খসিল বজ্ৰাঘাতে ।
ভূমিত পৰিয়া ভৈলা মৃতক সাক্ষাতে ॥
নাহি জ্ঞান চেতন মুৰ্চ্ছিত দুয়ো বলী ।
পূৰ্ণচন্দ্ৰ সূৰ্য্যসম দীপ্তি ৰণস্থলী ॥ ৩৪১৪৭
ধূলায়ে ধূসৰ দুই দেখিতে সুন্দৰ ।
কস্তুৰী মণ্ডিত তনু শ্যাম কলেবৰ ॥
গৌৰবৰ্ণ অৰ্জ্জুন শ্যাম বনমালী ।
যেন নীলমেঘ মধ্যে চমকে বিজুলী ॥ ৩৪১৪৮
কৃষ্ণ পাৰ্থ বিপদক দেখে তাম্ৰধ্বজ ।
অতুল্য বিক্ৰম বীৰ যেন মত্তগজ ॥
পৰম হৰিষে বীৰে সৈন্যক নিহালে ।
ৰিপুগণ জিনিয়া প্ৰচণ্ড বাহুবলে ॥ ৩৪১৪৯
হৰিষে কৰয় বীৰে শঙ্খ সিংহনাদ ।
ঢুসৰি মুসৰি ভেৰী দুন্দুভি সংবাদ ॥
দুইঘোৰা ধৰিয়া পেশিলা পুৰীমধ্যে ।
দেখিয়া সন্তোষ ভৈলা বীৰ তাম্ৰধ্বজে ॥৩৪১৫০
বাহুধ্বজ মন্ত্ৰী সমে লৈয়া সেনাগণ ।
দুইঅশ্ব লৈয়া গৈলা পিতৃ বিদ্যমান ॥
দেখিয়া নৃপতি মনে বিস্ময় অপাৰ ।
তাম্ৰধ্বজ চাই ৰাজা বোলে বাৰে বাৰ ॥৩৪১৫১
তাম্ৰধ্বজ সম্বোধিয়া বুলিলা নৃপতি ।
ব্ৰতভঙ্গ কৰ্ম্ম কেনে কৰিলা দুৰ্ম্মতি ॥
বছৰেক সম্পুৰ্ণ নুহিতে আন হয় ।
কাহাৰ ঘোটক ইটো কহিয়ো নিশ্চয় ॥৩৪১৫২
হেন শুনি তাম্ৰধ্বজে বুলিলা বচন ।
যুধিষ্ঠিৰ যজ্ঞ ঘোৰা আইলা এহিস্থান ॥
কৃষ্ণসমে পাৰ্থ আইল ঘোৰাৰ ৰক্ষক ।
ঘোৰা আনি মৰণক কৰিয়া অশক্য ॥ ৩৪১৫৩

কৃষ্ণ আদি কৰি সবে জিনিলো সমৰে ।
বাহুধ্বজ মন্ত্ৰী আনি বোলে বাৰে বাৰে ॥
ৰাজা বোলে বাহুধ্বজ কহিয়ো আপুনি ।
কিৰূপে জিনিলা পাৰ্থ দেৱ যদুমণি ॥ ৩৪১৫৪
সংসাৰ বিজয়ী বীৰ গোবিন্দৰ সখা ।
বিপক্ষ সকল মাৰে ধৰি পালে দেখা ॥
খাণ্ডৱ দহিলা যিটো তুষিলা শঙ্কৰ ।
দেৱগণ সহিতে জিনিলা পুৰন্দৰ ॥ ৩৪১৫৫
সাৰথি ভৈলন্ত যাৰ পৰম পুৰুষ ।
কিৰূপে জিনিলা তাঙ্ক মনৰ সন্তোষ ॥
বাহুধ্বজে বোলে শুনা ৰাজা দিয়া মন ।
তাম্ৰধ্বজে কিৰূপে কৰিলা ঘোৰ ৰণ ॥ ৩৪১৫৬
বভ্ৰুবাহা বৃষকেতু প্ৰদ্যুম্ন কুমাৰ ।
কৃতবৰ্ম্মা সুবেগ যে সাত্যকি দুৰ্ব্বাৰ ॥
নীলধ্বজ হংসধ্বজ অনুশাল বীৰ ।
অনিৰুদ্ধ ধনঞ্জয় দুৰ্জ্জয় শৰীৰ ॥ ৩৪১৫৭
সবাকো তোমাৰ পুত্ৰে জিনিলা সমৰ ।
কৃষ্ণ পাৰ্থ দুইকো বীৰে কৰি তিৰস্কাৰ ॥
অৰ্জ্জুন শ্ৰীহৰি দুয়ো ভৈলন্ত মুৰ্চ্ছিত ।
ঘোৰা লৈয়া আইলা বীৰ হৈয়া হৰষিত ॥৩৪১৫৮
দুই অশ্ব আনিলাহা দুৰ্জ্জয় ৰণে জিনি ।
ইহাত কিদোষ তাৰ শুনা নৃপমণি ॥
কৃষ্ণপাৰ্থ বাক্য শুনি পাচে নৃপবৰ ।
পৰাভৱ দিলা পুত্ৰে ভৰ্চ্ছিয়া বিস্তৰ ॥ ৩৪১৫৯
মনদুখ পাই ৰাজা বুলিলা বচন ।
কাচ পায়া মোৰ পুত্ৰ ত্যজিলা কাঞ্চন ॥
কৃষ্ণপায়া ঘোৰা তুমি আনা কি কাৰণ ।
ঘোৰা এৰি কৃষ্ণ কেনে নানিলা দুৰ্জ্জন ॥৩৪১৬০
সৰ্ব্বকাৰ্য্য সিদ্ধি হৈব সাফল জীৱন ।
মনোৰথ সিদ্ধি হৈব দেখি নাৰায়ণ ॥
হা হা বিধি কোন দোষে বঞ্চিলা আমাৰে ।
হাতে নিধি পাই কৰ্ম্মদোষে পাই হৰে ॥৩৪১৬১
ভাগ্যহীন কৰ্ম্মহীন আমি দুৰাচাৰ ।
নাপালো কৃষ্ণক দেখা অভাগ্য আমাৰ ॥

কাঞ্চন এৰিয়া পুত্ৰে আনিলা কুযশ ।
মণি এৰি গুঞ্জাহাৰ আনিলাহা কিস ॥ ৩৪১৬২
এহিমতে পুত্ৰক তৰ্জিয়া নৃপবৰ ।
দুখমনে গৈলা ৰাজা পুৰীৰ ভিতৰ ॥
অন্তৰ্গতে হৰি হৰি কৰিলা স্মৰণ ।
কোন দোষে আমাক বঞ্চিলা নাৰায়ণ ॥ ৩৪১৬৩
ঐত পাৰ্থ সমে চেতনক পাইলা হৰি ।
ঘোৰা নেদেখিয়া পাৰ্থ সোধে যত্ন কৰি ॥
অৰ্জ্জুনে বোলয় ঘোৰা নিলা তাম্ৰধ্বজে ।
ঘোৰা আনিবাক যাওঁ জিনি পুৰীমাজে ॥৩৪১৬৪
এহিশুনি নাৰায়ণে দিলেক উত্তৰ ।
অল্প সৈন্যে যাইবে নৰি পুৰীৰ ভিতৰ ॥
পূৰ্ব্বে আমি তোমাত কহিছো এহি কাজ ।
তাম্ৰধ্বজ সম বীৰ নাহি তিনি ৰাজ ॥ ৩৪১৬৫
হৰৰ সদৃশ বীৰ অপাৰ মহিমা ।
যত বলবীৰ্য্য তান নাহিকে উপমা ॥
সমৰ কৰিয়া ঘোৰা নপাইবা অৰ্জ্জুন ।
উপায় কৰিয়া ঘোৰা পাইবা আপুন ॥ ৩৪১৬৬
উপায়ৰ সম বল নাহি মহীতলে ।
উপায়ে আনিবো ঘোৰা ৰণে কিবা ফলে ॥
মোৰ এক বচনক শুনা ধনঞ্জয় ।
গুপ্তবেশে তুমি আমি যাইবো মহাশয় ॥৩৪১৬৭
সৈন্যসব বীৰগণ ৰহোক ইথানতে ।
দ্বিজ হুয়া যাইবো আমি ৰাজাৰ বিদিতে ॥
শিষ্যৰূপ হুয়া তুমি আহা মোৰ সমে ।
ঘোটক আনিবো খুজি আমি ৰাজাস্থানে ॥৩৪১৬৮
আতপৰে জানা সখি নাহিকে উপায় ।
বলে পৰাক্ৰমে ঘোৰা আনন নাযায় ॥
এহিবুলি পাৰ্থ সমে চলিলা শ্ৰীহৰি ।
সন্ধ্যাকালে প্ৰবেশ ভৈলন্ত কঙ্কপুৰী ॥ ৩৪১৬৯
পুৰীমধ্যে বসিয়া শুনন্ত বাসুদেৱে ।
কৃষ্ণবিনে সৰ্ব্বলোকে আন নাহি ভাৱে ॥
কৃষ্ণ হৰি গোবিন্দ কৰয় মাত্ৰ জপ ।
যুৱক বৃদ্ধক শিশু কৰন্ত আলাপ ॥ ৩৪১৭০

একজনে নাৰীসমে কহে নিশাকালে ।
হৰি ৰণে মিলিল আমাৰ কৰ্ম্মফলে ॥
অনন্ত ব্ৰহ্মাণ্ড যাক ধ্যানত নপায় ।
চান্দমুখ আজিহে দেখিলো যদুৰায় ॥ ৩৪১৭১
কৃষ্ণৰ বিচ্ছেদে আমি বৰ পাইলো দুখ ।
তাঙ্ক এৰি সন্তোষ নেদেখো তোৰ মুখ ॥
শতচন্দ্ৰ উজ্জ্বল কমল মুখ চাৰু ।
বিধিৰ বিধাতা ইন্দ্ৰ আদি দেৱগুৰু ॥ ৩৪১৭২
তাহাঙ্ক দেখিয়া মনে আন নাহি লয় ।
স্মৰিয়া কৃষ্ণৰ নাম বিদাৰে হৃদয় ॥
ৰমণী বোলয় প্ৰভু হেন কহা কেনে ।
তুমি বোলা কৃষ্ণ নাহি আছে মোৰ মনে ॥৩৪১৭৩
কৃষ্ণ বিনে অহৰ্নিশে আন নাহি মন ।
ইহলোকে পৰলোকে গতি নাৰায়ণ ॥
এহিমতে ঘৰে ঘৰে কৰয় ব্যাখ্যান ।
শুনিয়া হৰিষ ভৈলা দেৱ ভগৱান ॥ ৩৪১৭৪
সেহি ৰাত্ৰি তথাতে বঞ্চিলা জগন্নাথে ।
প্ৰাতঃক্ৰিয়া কৰি দুয়ো উঠিলা প্ৰভাতে ॥
সভা কৰি বসি আছে মহন্ত ৰাজন ।
বিপ্ৰৰূপে দুইজন ভৈলা উপসন ॥ ৩৪১৭৫
সভামধ্যে প্ৰবেশিলা দুই বিপ্ৰবৰ ।
স্বস্তি বুলি প্ৰশংসিলা যুৰি দুই কৰ ॥
দ্বিজ দেখি নমস্কাৰ কৰি নৃপবৰ ।
মিষ্ট মুখে সম্ভাষিয়া বুলিলা উত্তৰ ॥ ৩৪১৭৬
প্ৰণাম কৰন্তে মোক বোলা স্বস্তি কৰি ।
আশীৰ্ব্বাদ কৰি শাপ দিলা মনে ধৰি ॥
শুনি মায়া দ্বিজে বোলে শুনা নৰপতি ।
ই বাক্যত দোষ নাই শুনা মহামতি ॥ ৩৪১৭৭
যি পুনু ব্যাখ্যান হোৱে সভা আৰোহিয়া ।
আশীৰ্ব্বাদ কৰিবেক স্বস্তিক বুলিয়া ॥
তেৱেসে শূদ্ৰৰ যোগ্য প্ৰণাম কৰিতে ।
তোমাত কহিলো আমি শাস্ত্ৰৰ বিহিতে ॥৩৪১৭৮
ৰাজা বোলে কি কাৰ্য্যে আসিছা দ্বিজবৰ ।
কিবা কাৰ্য্যে আসি আছা আমাৰ গোচৰ ॥

মনৰ বাঞ্ছিত তযু কৰিবো পূৰণ।
ৰাজাৰ বচন শুনি কহিলা ব্ৰাহ্মণ ॥ ৩৪১৭৯
পৃথিবী জুৰিয়া কহে তুমি বৰ দাতা।
দান দিলে যশ কীৰ্ত্তি নোহোৱে অন্যথা ॥
পঞ্চ মহাপাতক খণ্ডয় দান দিলে।
প্ৰধান নৃপতি তুমি সৰ্ব্বলোকে বোলে ॥৩৪১৮০
সৰ্ব্বশাস্ত্ৰ জানা তুমি বেদৰ বিধান।
কোনে কহিবাক পাৰে তোমাৰ ব্যাখান ॥
মোৰ যত দুখ শুনা ৰাজা নৰনাথ।
তিনিজন আসি আছো অৰণ্যৰ পথ ॥ ৩৪১৮১
সিংহে পুত্ৰ ধৰি নিলা কৰয় ভোজন ;
পুত্ৰস্নেহে সিংহ আগে কৰিলো স্তৱন ॥
মৃগৰ ঈশ্বৰ ভোজনৰ নাহি দুখ।
এহি পুত্ৰ নেদেখিলে বিদাৰয় বুক ॥ ৩৪১৮২
বৃদ্ধকালে কৰে মোক পোষণ পালন।
অন্ধলাৰ নয়ন যে নিধ´নীৰ ধন ॥
নানা মৃগ ধৰি খাৱা আপোন ইচ্ছায়ে।
পুত্ৰদান দিয়া মোক ধৰো তোৰ পায়ে ॥৩৪১৮৩
পুত্ৰশোকে মোৰ বিদাৰয় কলেৱৰ।
ব্ৰহ্মবধ নকৰিয়ো শুনা মৃগেশ্বৰ ॥
আমাৰ বচন শুনি দাৰুণ কেশৰী।
বিকট দশন কৰি পুত্ৰ নিলা ধৰি ॥ ৩৪১৮৪
লেঙ্গুৰ পকায়া কোপে বুলিলা বচন।
ব্যৰ্থে কেনে পুত্ৰশোক কৰাহা ব্ৰাহ্মণ ॥
ক্ষুধায় বিকল তনু মিলিছে আহাৰ।
তাক পায়া কোন জনে কৰে প্ৰতিকাৰ ॥৩৪১৮৫
শিষ্য লৈয়া চলা বিপ্ৰ আপোনাৰ পুৰী।
যোগ্যতম মাংস পালো এৰিতে নপাৰি ॥
দাৰুণ সিংহক পুনু বুলিলো বচন।
পুত্ৰ এৰি মোৰ মাংস কৰিয়ো ভোজন ॥৩৪১৮৬
অপুত্ৰক পুত্ৰ দিয়ো ধৰ্ম্ম দেখি পাশ।
হেন দেখি পুত্ৰ মোৰ নকৰা বিনাশ ॥
পুনু আসি বুলিলোহো কেশৰীৰ থানে।
মোক খায়া পুত্ৰ এৰা কৃপা কৰা মানে ॥৩৪১৮৭

বৃদ্ধ ভৈলে কালে পাইলে নিকটে মৰণ।
সবে মৰি এক পুত্ৰ কৰয় পালন ॥
তাক এৰি মোক খাৱা সুশুনে বচন।
এহি পুত্ৰশোকে আমি ত্যজিবো জীৱন ॥৩৪১৮৮
এহি পুত্ৰ আছে মোৰ জানা কুলবৃদ্ধি।
পুত্ৰবিনে ব্ৰাহ্মণী কৰিবে কোন বুদ্ধি ॥
অগ্নি খায়া প্ৰাণ নিবো জাম্প দিবো নদী।
তেবেতো হৈবাহা তুমি বিপ্ৰনাৰীবধী ॥ ৩৪১৮৯
কেশৰী বোলয় বিপ্ৰ শুনিয়ো বচন।
নিৰ্ব্বন্ধেহে মিলিলেক নিয়ম ভোজন ॥
সিংহ ব্যাঘ্ৰ নাগমুখে নিশাচৰগণে।
দৈৱৰ নিৰ্ব্বন্ধে ভক্ষ্য মিলয় আপুনে ॥ ৩৪১৯০
নিৰ্ব্বন্ধে মিলয় ভক্ষ্য এৰিতে নপাৰি।
তোৰ সত্য আছে যদি তেবে পৰিহৰি ॥
বৃদ্ধক শৰীৰ তোৰ মাংস বিৰৰ্জ্জিত।
অস্থিময় মাংস খাইলে থিৰ নোহে চিত্ত ॥৩৪১৯১
বচনেক বোলো শুনা বৃদ্ধক ব্ৰাহ্মণ।
তেবেসে এৰিতে পাৰি তোমাৰ নন্দন ॥
নৃপতি ময়ূৰধ্বজ দানে অকাতৰ।
তাৰ অৰ্দ্ধ অঙ্গ যদি আনা বিপ্ৰবৰ ॥ ৩৪১৯২
অৰ্দ্ধ অঙ্গ পানে তোৰ পুত্ৰ এৰি দিবো।
পুণ্য অঙ্গ খাইলে আমি পুণ্যৱন্ত হৈবো ॥
যত বেলি আসা তুমি ৰাখিবো তাৱত।
মিছা নোহে আমি তেবে কৰিলোহো সত্য॥৩৪১৯৩
শোক দুখ পৰিহৰা শুনা বিপ্ৰবৰ।
অৰ্দ্ধ অঙ্গ দিয়া বিপ্ৰ পুত্ৰ নেহ তোৰ ॥
পুনু সিংহ আগে আমি কৰিলো কাতৰ।
শুনিতে অসহ্য কথা কহা মৃগেশ্বৰ ॥ ৩৪১৯৪
নৃপতি ময়ূৰধ্বজ জগত গোচৰ।
প্ৰজাগণ পালয় দুৰ্জ্জয় বীৰবৰ ॥
কোন মুখে তান আগে কহো হেন বাণী।
কেনমতে আনি পুত্ৰ ৰাখিবো পৰাণী ॥ ৩৪১৯৫
পাত্ৰ মন্ত্ৰী প্ৰজাগণে কৰিবেক ৰোষ।
শুনিয়া নৃপতি বৰ হৈব অসন্তোষ ॥

হেন বাক্য বুলিবাক কাহাৰ শকতি।
দুৰ্জ্জয় ময়ুৰধ্বজ সন্ত নৰপতি ॥ ৩৪১৯৬
সিংহে বোলে মোৰ বাক্য শুনিয়ো ব্ৰাহ্মণ।
পূৰ্ব্বৰ বৃত্তান্ত কহো শুনা দিয়া মন ॥
জীমূতবাহন দাতা আৰু দাতা বলী।
তাহান সদৃশ শিখীধ্বজ গুণশালী ॥ ৩৪১৯৭
এক দিনা জীমূতবাহন দাতাবৰে।
দান কৰিবাক বসি আছে গঙ্গাতীৰে ॥
একাদশী উপবাস কৰি নৃপবৰ।
পাৰণ দিবসে দান কৰে বহুতৰ ॥ ৩৪১৯৮
হৰ-গৌৰী চলি যায় বিচিত্ৰ বিমানে।
পাৰ্ব্বতী পুছিলা দেখি শঙ্কৰৰ স্থানে ॥
জাজ্বল্য সমান পুৰুষেক আছে বসি।
দীপিতি কৰয় যেন পূৰ্ণিমাৰ শশী ॥ ৩৪১৯৯
হৰে বোলে জীমূতবাহন বৰ দাতা।
যিবা যেহি ইচ্ছা কৰে নকৰে অন্যথা ॥
ধন বস্ত্ৰ সোণ যে গো ভূমি গজ ছত্ৰ।
যিবা যেহি চাহে তাকে দেই মহাপাত্ৰ ॥৩৪২০০
নাৰী পুত্ৰ ধন জন প্ৰাণ দিবে পাৰে।
আৰ সম দাতা নাহি জগত ভিতৰে ॥
পাৰ্ব্বতী বোলয় প্ৰভু দেখিবাক যায়।
মোৰ মনে ইচ্ছা ভৈলা দেখুৱা গোসাই ॥৩৪২০১
শঙ্কৰে বোলয় দেখাইবোহো আৰ দান।
ব্যাঘ্ৰৰূপ হুয়া আমি যাইবো তাৰ স্থান ॥
তুমি মৃগী হুয়া চলা ৰাজাৰ গোচৰ।
অনেক কৈবোহো দেৱী হৈবাহা কাতৰ ॥৩৪২০২
এহিমতে হৰ-গৌৰী মায়াৰূপ ধৰি।
ৰাজাক ছলিবে গৈলা তান নিজপুৰী ॥
ব্যাঘ্ৰ ভৈলা শঙ্কৰ পাৰ্ব্বতী কুৰঙ্গিনী।
ব্যাঘ্ৰৰূপে খেদি নেই যথা নৃপমণি ॥ ৩৪২০৩
লৰবন্তে গৈলা মৃগী নৃপতিৰ পাশ।
ব্যাঘ্ৰ দেখি সৰ্ব্বলোকে পাইলা বৰ ত্ৰাস ॥
মৃগী বোলে নৃপতি শৰণ লৈলো তোৰ।
দুৰ্ব্বাৰ শাৰ্দ্দূল হাত্তে প্ৰাণ ৰাখা মোৰ ॥৩৪২০৪

সংসাৰ ভ্ৰমিয়া কতো নপাইলোহো স্থান।
শৰণ পশিলো ৰাজা কৰা পৰিত্ৰাণ ॥
ব্যাঘ্ৰে বোলে নৃপতি কৰোহো নিবেদন।
কুবেৰে ৰাখিবে দিলা পুষ্প উপবন ॥ ৩৪২০৫
উদ্যানক আচম্বিতে আইল তিলোত্তমা।
ত্ৰৈলোক্যত নাহি তান ৰূপৰ উপমা ॥
সুন্দৰ বদন তাৰ পূৰ্ণ শশধৰ।
ত্ৰৈলোক্য মোহিনী বালা ৰূপৰ সাগৰ ॥ ৩৪২০৬
পুষ্পবনে আসি মোক কটাক্ষে চাহিলা।
আপুন ইচ্ছায়ে পুষ্প তুলিয়া পিন্ধিলা ॥
দেখি সুন্দৰীক আমি ভৈলোহো মোহিত।
কাকুতি কৰিয়া কামে বুলিলো আগত ॥৩৪২০৭
আমাৰ বিনয় দেখি ৰূপে বিদ্যাধৰী।
পূৰিলেক মনোৰথ সন্তোষিত কৰি ॥
অনেক বিনোদ ক্ৰীড়া কৌতুহলে কৈল।
কতোদিনে তিলোত্তমা স্বৰ্গপুৰে গৈল ॥ ৩৪২০৮
এহিবাৰ্ত্তা পায়া শাপিলেক ধনেশ্বৰ।
মোৰ পুষ্পবনে নাৰী হৰিলি বৰ্ব্বৰ ॥
পুষ্পবনে নাৰী যিবা ভৈলা অনুগত।
বনে বনে ভ্ৰমি ফুৰ হুয়া দুষ্ট ব্যাঘ্ৰ ॥৩৪২০৯
ব্যাঘ্ৰ হুয়া ভ্ৰমি ফুৰ কাননে কাননে।
মৃগ বিনে আন কিছু নকৰ ভক্ষণে ॥
তিনিদিন উপবাসে দেহা দহে মোৰ।
এহি মৃগী খালে মোৰ পূৰয় উদৰ ॥ ৩৪২১০
সংসাৰ ভ্ৰমিয়া আইলো তোমাৰ সদন।
নকৰা বিলম্ব হৌক ক্ষুধা নিবাৰণ ॥
মৃগী বোলে ৰাজা তুমি ধৰ্ম্ম কলেৱৰ।
ব্যাঘ্ৰ হাতে দিয়া প্ৰাণ নলৈবাহা মোৰ ॥৩৪২১১
তুমি ধৰ্ম্মৱন্ত জানি আইলো তযু পাশ।
মোক পালে ব্যাঘ্ৰে আজি কৰিব বিনাশ ॥
মৃগী ব্যাঘ্ৰ বচনে বিস্ময় ভৈলা মন।
বোলে মৃগী ভয়ে মোত পশিলা শৰণ ॥ ৩৪২১২
ভক্ষ্য পাই ব্যাঘ্ৰ আসি ভৈলা উপসন্ন।
ভক্ষীক বঞ্চিলে পাপ নযায় খণ্ডন ॥

মৃগী দিলা শৰণঘাতীত মহাপাপ।
ক্ষুধাতুৰ বঞ্চিলে পাইবোহো বৰ তাপ ॥৩৪২১৩
ভাবিয়া চিন্তিয়া ৰাজা স্থিৰ কৰি মন।
ব্যাঘ্রক সম্বোধি ৰাজা বুলিলা বচন ॥
মৃগী মাংস বিনে তথু আন মাংস দেই।
ছাগ মেষ দুয়ো মাংস খায়া ভাল চাই ॥ ৩৪২১৪
ব্যাঘ্রে বোলে দুয়োৰূপে সন্তোষ আমাৰ।
কিবা মৃগ দিয়া কিবা শৰীৰ তোমাৰ ॥
ব্যাঘ্রৰ বচনে ৰাজা সন্তোষিত মন।
শিৰ কাটি দিতে খড়্গ আনিলা তেখন ॥৩৪২১৫
অকপট ভাব তাৰ দেখি হৰ-গৌৰী।
অন্তৰ্দ্ধান হুয়া দুয়ো গৈলা নিজপুৰী ॥
মৃগী অৰ্থে প্ৰাণ দিবে চাইলা সেহি দানী।
বিপ্রকাৰ্য্যে অৰ্দ্ধ অঙ্গ দিয়ো নৃপমণি ॥ ৩৪২১৬
যশৱন্ত পুৰুষে যে চায়ে যশকৃত্য।
দুষ্ট চিত্ত জনে মাত্ৰ খাই পৰবিত্ত ॥
কৰ্ণে মৃত্যুকালত কৱচ কৈলা দান।
অদ্যাপি লোকত তাকে কৰয় বাখ্যান ॥৩৪২১৭
বিপ্ৰ অৰ্থে ৰাজা তুমি হুয়ো মহাজন।
অন্তকালে যাই সেহি বৈকুণ্ঠ ভুৱন ॥
মৰ্য্যাদা সাগৰ তুমি দাতা সত্যবাদী।
তান স্থানে যায়া মনোৰথ হৈব সিদ্ধি ॥৩৪২১৮
শীঘ্রে চলি যায়া বিপ্র নোহোৱা কাতৰ।
বহুপুত্ৰে আছে তান হইবে নৃপবৰ ॥
সিংহে পুত্ৰ ধৰে মোৰ অৰণ্য ভিতৰ।
এহি বুলি পঠাইলেক তোমাৰ গোচৰ ॥৩৪২১৯
লাজ ভয় অৰ্থে মই কহিতে নপাৰি।
পুত্ৰৰ শোকত আমি মৰিব সত্বৰি ॥
দহয় হৃদয় মোৰ পুত্ৰৰ কাৰণে।
কোন বুদ্ধি কৰিবাহা বুলিয়ো বচনে ॥ ৩৪২২০
অযোধ্যাৰ ৰামচন্দ্ৰ বিষ্ণু অৱতাৰ।
যত্ন কৰি জীয়াইলন্ত ব্ৰাহ্মণকুমাৰ ॥
ৰামসম পুণ্যৱন্ত তুমি মহাশয়।
ব্ৰাহ্মণ ৰাখিলে পুণ্য অসংখ্য বাঢ়য় ॥ ৩৪২২১

আপুনি জানাহা নৃপ ধৰ্ম্মনীতি যত।
উপায় চিন্তিয়ো ৰাজা ব্ৰাহ্মণৰ হিত ॥
অৰ্দ্ধ অঙ্গ নপাওঁ যদি প্ৰাণপুত্ৰ মৰে।
বাহুৰিয়া পুৰী তেবে নযাইবোহো ঘৰে ॥৩৪২২২
নৃপতি বোলন্ত মোৰ নাহি সিংহে কাজ।
নৰসিংহে যদি আসি থাকে বনমাজ ॥
ধৰিছে ব্ৰাহ্মণ সিংহে পায়া বিদ্যমান।
যি হৌক সি হৌক অৰ্দ্ধ অঙ্গ দিবো দান ॥ ৩৪২২৩
ব্ৰাহ্মণৰ পুত্ৰে অৰ্থে উছৰ্গিবো প্ৰাণ।
ইহলোকে সুখ পৰলোকে দিব্য স্থান ॥
অনেক পুণ্যৰ ফলে যশ উপজয়।
অপকীৰ্ত্তিজনৰ জীৱন কিবা হয় ॥ ৩৪২২৪
ব্ৰাহ্মণপুত্ৰৰ বহু বাঢ়িবে সন্ততি।
ধৰণীমণ্ডলে ৰহে যশ শুভ কীৰ্ত্তি ॥
মুহূৰ্ত্তেক মানে বাজে নাহি প্ৰয়োজন।
অৰ্দ্ধ অঙ্গ দিয়া মই ৰাখিবো ব্ৰাহ্মণ ॥ ৩৪২২৫
এহি বুলি পুত্ৰহাতে সমৰ্পিলা ৰাজ।
স্নান কৰিবাক গৈলা নিজপুৰী মাজ ॥
কেলি ক্ৰীড়া কৰি ৰাজা ভৈলা কৌতূহল।
তুলসীপত্ৰৰ মালা পিন্ধিলেক গল ॥ ৩৪২২৬
ধৌত বস্ত্ৰ পিন্ধিলেক দিব্য অলঙ্কাৰ।
কপালত ফোট দিলা গঙ্গা মৃত্তিকাৰ ॥
মণ্ডপে বসিলা আসি দুয়ো বিপ্ৰমাজে।
দেখি হাহাকাৰ কৰে সকলে সমাজে ॥ ৩৪২২৭
চাৰিভিতি ৰহিলেক সবে প্ৰজা ভাগে।
জ্ঞাতিগণ পুৰোহিত ৰহে তান আগে ॥
পাত্ৰ মিত্ৰ নাৰীগণে মিলি চাৰি ভিতি।
কৰে পত্ৰ লৈয়া আইলা বিপ্ৰযে ত্বৰিতি ॥৩৪২২৮
পাত্ৰ মিত্ৰ সম্বোধিয়া বুলিলা ৰাজন।
শুনা পুৰোহিতসব আমাৰ বচন ॥
অপ্ৰিয় বচন কেহো নোবোলা বিপ্ৰকে।
ব্ৰাহ্মণ নোহোৱে এন্তে শুনা সৰ্ব্বলোকে ॥৩৪২২৯
মায়া কৰি ছলিবাক আইলা নাৰায়ণ।
হৃদয়ে চিন্তিয়া ভাবি চাহা সৰ্ব্বজন ॥

হৃষ্টে প্ৰীতি অঙ্গ দিবো জানা ই বিপ্ৰক।
যজ্ঞক নকৰি অঙ্গ দিবোহো বিপ্ৰক ॥ ৩৪২৩০
যজ্ঞাধিক ফল জানা কৃষ্ণ বিদ্যমান।
এহি পুণ্যফলে বৈকুণ্ঠত হৈবে স্থান ॥
সিংহে অৰ্দ্ধ অঙ্গ খাইব ব্ৰাহ্মণ যে তবে।
আৰ সম পুণ্য নাহি সকলো সংসাৰে ॥৩৪২৩১
এহি শুনি কুমুদকে বোলে নৰনাথ।
দুই অঙ্গ কৰা শিৰ ভেদি মোৰ মাথ ॥
ৰাজাৰ বচন হেন শুনিয়া সভাত।
সৰ্ব্বলোক মাথে যেন বজ্ৰ ভৈলা পাত ॥৩৪২৩২
নৃপতিৰ শোকানলে দহে কলেৱৰ।
কি হৈল কি হৈল বুলি কান্দে সৰ্ব্ব নৰ ॥
কোথা হন্তে আসিয়া মিলিলা বিপ্ৰজাতি।
কালৰূপে ধৰিবাক আইলা যদুপতি ॥ ৩৪২৩৩
বলিক ছলিলা যিটো হুয়া যে ব্ৰাহ্মণ।
সেহিৰূপ ধৰি কিবা ছলিলা ৰাজন ॥
সৰ্ব্বলোকে কান্দয় ৰাজাৰ গুণ স্মৰি।
আপুনি বুজিয়ো বিপ্ৰ শাস্ত্ৰক বিচাৰি ॥ ৩৪২৩৪
ৰাজাৰ নিমিত্তে মোক দিয়ো সিংহস্থানে।
অৰ্দ্ধ খুজি পূৰ্ণ পাৱা আৰ জন মানে ॥
স্বামী আগে মৰো মই থাকোক নৃপতি।
সকলে অনাথ হৈব ৰাজ্যৰ বিপত্তি ॥ ৩৪২৩৫
আমি গৈলে আৰো নাৰী পাইবে নৰেশ্বৰ।
সিংহ তুষ্ট হৈব পালে স্থূল কলেৱৰ ॥
দ্বিজে বোলে ভাল কহা কুমুদা সুন্দৰী।
ৰূপসৱ অৰ্দ্ধঅঙ্গ সত্য নহে নাৰী ॥ ৩৪২৩৬
সিংহে সত্য কৰিছে প্ৰতিজ্ঞা হৈব ভঙ্গ।
স্ত্ৰীবধ নকৰিবা নানিবা বামা অঙ্গ ॥
বিশেষে কুমুদা তুমি পতিব্ৰতা নাৰী।
সিংহৰ সম্মতি কৰ্ম্ম কৰিবাক পাৰি ॥ ৩৪২৩৭
ৰাজাৰ দক্ষিণ অঙ্গ তাক দিবা নিয়া।
সত্য কৰি সিংহে মোত কহিছে দঢ়ায়া ॥
এহিশুনি তাম্ৰধ্বজে বুলিলা বচন।
প্ৰণামিয়া বিপ্ৰ আগে কহিলা তেখন ॥ ৩৪২৩৮
পিতৃৰ নিমিত্তে মোক দিয়ো নিয়া সিংহে।
পুত্ৰ ভৈলে পিতৃৰ হৈবেক দক্ষিণাঙ্গে ॥
ভাবিয়া হৃদয়ে চাৱা শাস্ত্ৰ ধৰ্ম্মনীত।
পিতৃৰ দ্বিতীয় পুত্ৰ শৰীৰ নিশ্চিত ॥ ৩৪২৩৯
পাইবেক নতুন অঙ্গ হইবে হৰষিত।
হৰিষে খাইবেক মাংস প্ৰশংসিবে নিত ॥
সিংহৰ প্ৰতিজ্ঞা শুন ৰাজাৰ নন্দন।
মোৰ আগে সত্য কৰি বুলিলা বচন ॥ ৩৪২৪০
আমাক দঢ়ায়া বুলিছয় বাৰে বাৰে।
ৰাজাৰ অঙ্গত পৰে নানিবাহা আৰে ॥
নাৰী পুত্ৰে কৰ ধৰি পুত্ৰ দুই কৰ।
দুইখণ্ড কৰিবেক ধৰি তান শিৰ ॥ ৩৪২৪১
ভিন্ন কৰি দক্ষিণাঙ্গ দিব কৰি সীমা।
অৰ্দ্ধ অঙ্গ পায়া সিংহে পুত্ৰ দিব ক্ষমা ॥
সত্য কৰি এহিমতে পঠায়া মৃগপতি।
তাৰ বাক্য অন্যথা কৰিতে নাহি শক্তি ॥৩৪২৪২
নৃপতিৰ মাংস নিবে নখাইবেক আন।
হেন জানি শীঘ্ৰ কৰি অঙ্গ দিয়ো তান ॥
হেন শুনি নৃপতিৰ হৰষিত মন।
নাৰী পুত্ৰ নিবাৰিয়া বুলিলা বচন ॥ ৩৪২৪৩
মনে জানি শীঘ্ৰ কৰি অঙ্গ দিয়ো ধৰি।
নাৰী পুত্ৰ অঙ্গভেদ কৰ হস্তত্তৰি ॥
হিৰণ্যকশিপু যেন বিদাৰিলা হৰি।
সেহিৰূপে অঙ্গ দিয়া দুইখণ্ড কৰি ॥ ৩৪২৪৪
দুখ শোক নকৰিবা ত্যজস ক্ৰন্দন।
নকৰা কপট তুমি দেখে সৰ্ব্বজন ॥
হেন শুনি তাম্ৰধ্বজ কৰপত্ৰ ধৰি।
মাতৃসমে নৃপ আগে গৈলা শীঘ্ৰ কৰি ॥ ৩৪২৪৫
হৰি হৰি কৰি কৰপত্ৰ দিলা শিৰে।
দেখিয়া বিস্ময় ধনঞ্জয় দামোদৰে ॥
নৃপতিৰ সত্য দেখি নিষ্ঠুৰ ব্ৰাহ্মণ।
হাহাকাৰ কৰি লোকে স্মৰে নাৰায়ণ ॥ ৩৪২৪৬
কৰপত্ৰ দিয়া যদি ভেদিলেক শিৰ।
বামচক্ষু হন্তে ৰাজা স্ৰবিলেক নীৰ ॥

হেন দেখি বুলিলেক দ্বিজৰূপ হৰি।
কাতৰ ভৈলন্ত ৰাজা দান নৈবে নৰি ॥ ৩৪২৪৭
প্ৰসন্ন বদনে দান কৰে হাস্যমুখে।
সি দান লৈবেক যোগ্য যাচক ভিক্ষুকে ॥
কাতৰ যে হৈয়া ৰাজা বিৰূপ বোলয়।
তাৰ দান লৈবে নৰি বহু পাপ হয় ॥ ৩৪২৪৮
প্ৰাণভয়ে চক্ষু নীৰ শৰীৰ ভৰিল।
নলৈবো দানক পুত্ৰ কেশৰীকে দিল ॥
বুজিলো নৃপতি বৰ পৰাণে কাতৰ।
সিংহক পুত্ৰক দিয়া চলি যাওঁ ঘৰ ॥ ৩৪২৪৯
এহিবুলি বিপ্ৰ হৰি চলিলন্ত ৰাগে।
মায়াৰূপে ধনঞ্জয় শিষ্য কৰি সঙ্গে ॥
দেখিয়া কুমুদা দেৱী মনে ত্ৰাস পাইলা।
চৰণে ধৰিয়া বিপ্ৰ থানিকে ৰহাইলা ॥ ৩৪২৫০
কাতৰ নাহোৱে ৰাজা শুনা দ্বিজবৰ।
দক্ষিণ অঙ্গক দেখা হৰিষ বিস্তৰ ॥
কৰ্ম্মদোষে বাম অঙ্গ ভৈলন্ত বৰ্জ্জিত।
বিকলে থাকিব অঙ্গ পৰি পৃথিৱীত ॥ ৩৪২৫১
নৰকে মজিবো বুলি কৰয় সন্তাপ।
কুমুদাৰ বচনে সন্তোষ দ্বিজ বাপ ॥
নৃপতিক আলিঙ্গিয়া নিজ মূৰ্ত্তি ধৰি।
শঙ্খ চক্ৰ গদা পদ্ম সাৰঙ্গেৰে হৰি ॥ ৩৪২৫২
পদ্মমুখ নয়নকমল বনমালী।
চুম্বনক দিয়া নৃপতিক বাক্য বুলি ॥
ধন্য শিখীধ্বজ তুমি সাফল জীৱন।
আমাক তুষিলা ৰাজা দিয়া প্ৰাণধন ॥ ৩৪২৫৩
ত্ৰিভুৱনে হেন কৰ্ম্ম কৰে কোন জন।
বৰ তুষ্ট ভৈলো আমি শুনিয়ো ৰাজন ॥
ৰণে দানে একোতে জিনিতে নপাৰিলো।
তোমাৰ গৌৰৱে আমি বৰ তুষ্ট ভৈলো ॥ ৩৪২৫৪
ঘোৰ ৰণে তাম্ৰধ্বজে জিনিলা সমৰ।
আমাক দিলাহা তুমি অৰ্দ্ধ কলেৱৰ ॥
নাৰী পুত্ৰে মাথে কৰপত্ৰ দিয়া তুলি।
মহাদাতা তুমি ৰাজ সৰ্ব্বলোকে বুলি ॥ ৩৪২৫৫
বৰ দাতাৰন্ত তুমি বৰ অকাতৰ।
হেনকৰ্ম্ম নকৰে সংসাৰে চৰাচৰ ॥
তুষ্ট ভৈলো আমি যজ্ঞ কৰা নৃপবৰ।
যজ্ঞকৰ্ত্তা হৈবো আমি তোমাৰ যজ্ঞৰ ॥ ৩৪২৫৬
তাম্ৰধ্বজে অৰ্জ্জুনৰ ঘোৰাক আনিল।
তোমাৰ যজ্ঞৰ কাৰ্য্যে সিয়ো ঘোৰা দিল ॥
দুয়ো অশ্ব কাটি যজ্ঞ কৰা ৰঙ্গমনে।
তুমি আমি ভিন্ন ভাৱ নাহি কদাচনে ॥ ৩৪২৫৭
অপাৰ মহিমা নৃপ অপাৰ সাহস।
ত্ৰিভুৱন জিনিয়া ৰাখিলা মহাযশ ॥
কৃষ্ণৰ বচন শুনি হৰিষ নৃপতি।
কৃষ্ণক প্ৰণামি বোলে কৰিয়া ভকতি ॥ ৩৪২৫৮
বিষ্ণুৰ চৰণে মোৰ সৰ্ব্বদায় মন।
তুমি আমি ভিন্ন নোহো শুনা নাৰায়ণ ॥
অনন্ত ব্ৰহ্মাণ্ড যত সবে চৰাচৰ।
সবাৰে জীৱন তুমি শুনা দামোদৰ ॥ ৩৪২৫৯
সংসাৰে শক্তি তুমি বিধিৰ বিধাতা।
সৃষ্টি স্থিতি প্ৰলয়ৰ তুমি আদিকৰ্ত্তা ॥
স্থাৱৰ জঙ্গম যত জীৱ ত্ৰিভুৱন।
যাৰ যেহি অভীষ্টক পূৰা নাৰায়ণ ॥ ৩৪২৬০
মোৰ ভাগ্যোদয় বিধি কৈলা ফলোদয়।
নিৰঞ্জন বাসুদেৱ ভৈলন্ত সদয় ॥
হৰি হৰ ব্ৰহ্মা যাক ধ্যানন্ত নপাৱে।
নয়নে দেখিলো মই সেই শ্যামৰায়ে ॥ ৩৪২৬১
সাক্ষাতে দেখিলো প্ৰভু তোমাৰ চৰণ।
যজ্ঞকৰ্ম্ম কৰিবাক কোন প্ৰয়োজন ॥
চক্ষুভৰি দেখো প্ৰভু তোমাৰ চৰণ।
সুন্দৰ সুঠাম অতি শ্যামল বৰণ ॥ ৩৪২৬২
সাক্ষাতে দেখিলো প্ৰভু চৰণকমল।
ৰাজ্য ভূমি আজি হন্তে ভৈলাহা সাফল ॥
কামধেনু পালে কপিলাত কোন কাম।
কূপজলে গঙ্গাজলে নাহিকে উপাম ॥ ৩৪২৬৩
যদি ভাগ্যবশে আনা মিলে কল্পতৰু।
কি কৰিবে সন্তানে চন্দন দেৱদাৰু ॥

অবোধ বৰ্ব্বৰ পুত্ৰে বৰতো নিগুৰ্ণ ।
উপেক্ষিলা পায়া ঘোৰা গোপাল অৰ্জ্জুন ॥৩৪২৬৪
পাৰ্থে সমে তোমাক দেখিলো ভাগ্যবশে ।
পুলকিত হুয়া নৃপ বোলয় হৰিষে ॥
কৃতাঞ্জলি হুয়া ৰাজা হৰষিত মন ।
পুনু পুনু প্ৰণাময় কৃষ্ণৰ চৰণ ॥ ৩৪২৬৫
প্ৰণামোহো নাৰায়ণ মুকুতিদায়ক ।
স্বৰ্গভোগদাতা প্ৰভু ত্ৰৈলোক্যনায়ক ॥
স্ৰজক পালক নমো নমো সংহাৰক ।
নমো নমো অনন্ত যে পৃথিবীধাৰক ॥ ৩৪২৬৬
চাৰি বেদে সাৰ জ্যোতিৰ্ম্ময় যুগ সাৰ ।
তোমাৰ চৰণ পৰে গতি নাহি আৰ ॥
নমো নিৰঞ্জন ব্ৰহ্মৰূপ যে মুৰাৰি ।
গোকুলক ৰাখিলাহা গোবৰ্দ্ধন ধৰি ॥ ৩৪২৬৭
সৰ্ব্বলোকে জীৱ তুমি ত্ৰিজগত নাথ ।
অনাথৰ নাথ তুমি জগতৰে খ্যাত ॥
এহিমতে নৃপবৰে কৰে স্তুতিবাণী ।
শুনিয়া হৰিষ ভৈলা দেৱ চক্ৰপাণি ॥ ৩৪২৬৮
জৈমিনী বোলন্ত কথা শুনা নৰপতি ।
পাৰ্থ গৰ্ব্ব চূৰ্ণ ভৈলা দেখি তান ভক্তি ॥
তিনি ৰাত্ৰি তথাতে বঞ্চিলা নাৰায়ণ ।
অতিথিৰি নীতি ধৰ্ম্মে পূজিলা ৰাজন ॥ ৩৪২৬৯
তিনি ৰাত্ৰি অন্তৰে চলিলা দেৱহৰি ।
সৈন্য সমে চলি যায় বাদ্যভাণ্ড কৰি ॥
দুই ঘোৰা দিলা আনি কৃষ্ণৰ গোচৰ ।
ধন ৰত্ন বসনক দিলা বহুতৰ ॥ ৩৪২৭০
শিখীধ্বজ তাম্ৰধ্বজ পিতা পুত্ৰ দুই ।
কৃষ্ণ সঙ্গে চলিলেক হৰিষিত হুই ॥
অৰ্জ্জুনক সম্বোধিয়া শিখীধ্বজ ৰাজা ।
ঘোৰা লৈয়া চলি গৈলা গজ বাজী প্ৰজা ॥ ৩৪২৭১
চতুৰঙ্গ দলে বলে চলিলা নৃপতি ।
ঘোৰা লৈয়া কৃষ্ণ পাৰ্থ হৰষিত আতি ॥
আগে যায় ঘোটক পাচত সেনাগণ।
ঘণ্টাবাৰ শুনি ঘোৰা চমকিত মন ॥ ৩৪২৭২

বায়ুবেগে চলে ঘোৰা দেখিয়ো নেদেখি ।
চাৰি পাশে চলি যায় আশেষ ধানুকী ॥
ৰথী ৰথ গজ বাজী বীৰ সমুদায় ।
ঘোটকৰ চাৰি পাশে সেনা চলি যায় ॥ ৩৪২৭৩
অনুশাল প্ৰদ্যুম্নক ৰাখয় বামপাশে ।
বভ্ৰুবাহা বৃষকেতু ৰাখে ডাইন দিশে ॥
ধনু শৰ ধৰি সবে ৰাখে সেহি হয় ।
সৰ্ব্ব সৈন্য আগে পাচে যায় ধনঞ্জয় ॥ ৩৪২৭৪
গিৰি গুহা কন্দৰ এৰাইলা নদ নদী ।
সৈন্য পদভৰে সবে সৈন্য যায় ভেদি ॥
ভ্ৰমিয়া ভ্ৰমিয়া ঘোৰা সৈন্য যায় দুৰ ।
আচম্বিতে প্ৰবেশিলা সুবেসুত পুৰ ॥ ৩৪২৭৫
কৃষ্ণৰ চৰণ মনে ধৰা দৃঢ় ভাব ।
তৰিবা সংসাৰ ঘোৰ সাগৰৰ ভয় ॥
এহিজানি সততে ধৰিয়ো কৃষ্ণনাম ।
জানি সৰ্ব্বজনে ডাকি বোলা ৰাম ৰাম ॥৩৪২৭৬

---

যজ্ঞঅশ্ব বীৰবৰ্ম্মা ৰজাৰ দেশত উপস্থিত

পদ

জৈমিনী বোলন্ত কথা শুনা জন্মেজয় ।
সেহি ৰাজ্যে ৰাজা বীৰবৰ্ম্মা মহাশয় ॥
সত্যবাদী বিষ্ণুভক্ত ধৰ্ম্মত নিপুণ ।
বলে পৰাক্ৰমে নৃপ নুহিকয় হীন ॥ ৩৪২৭৭
চাৰি পদে ধৰ্ম্ম যাত আছয় নিপুণ ।
ক্ষত্ৰ বৈশ্য শূদ্ৰ সব আছে পৰিপূৰ্ণ ॥
চাৰি পদে ধৰ্ম্ম তাত কৰয় বসতি ।
বিষ্ণু পৰায়ণ সব সৈন্য মহামতি ॥ ৩৪২৭৮
চতুৰ্ব্বেদ পঢ়য় যতেক বিপ্ৰগণ ।
ধনে ধান্যে ৰত্নে আছয় সম্পূৰ্ণ ॥
ক্ষত্ৰ বৈশ্য শূদ্ৰ যাৰ সেহি পালে ধৰ্ম্ম ।
শাস্ত্ৰ বিধি বিনে নকৰয় আন কৰ্ম্ম ॥ ৩৪২৭৯
বিচিত্ৰ পতাকা উৰে সুবৰ্ণ কলস ।
নানা বৃক্ষ নানা ফল দেখিতে ৰূপস ॥

সুৱৰ্ণে নিৰ্ম্মিত ঘট দেখিতে শোভন।
জলে ক্রীড়া কৰয় অসংখ্য নাৰীগণ॥ ৩৪২৮০
নানা অলঙ্কাৰ পিন্ধি নাৰী চন্দ্ৰমুখী।
জল মধ্যে পদ্ম ফুটি আছে হেন দেখি॥
বীৰবৰ্ম্মা বাৰবৰ তাহাত ঈশ্বৰ।
মূৰ্ত্তিমন্ত যমৰাজা জামাই যাহাৰ॥ ৩৪২৮১
ধৰ্ম্ম কৰ্ম্ম মোক্ষত পাৰ্গত সৰ্ব্বজন।
স্বপ্নতো অধৰ্ম্ম পথ নাহি কদাচন॥
কৃষ্ণ সমে পাৰ্থবীৰে ৰাখে সেহি হয়।
দেখি চৰে নৃপতিৰ আগে গৈয়া কয়॥ ৩৪২৮২
ধৰ্ম্ম নৃপতিৰ ঘোৰা লৈয়া ধনঞ্জয়।
কৃষ্ণ সমে আসি আছে তোমাৰ নিলয়॥
যজ্ঞ ঘোৰা লৈয়া সবে অসংখ্য পদাতি।
গজ বাজী লৈয়া সবে বহু ৰথ ৰথী॥ ৩৪২৮৩
যৌৱনাশ্ব অনুশাল নালধ্বজ ৰাজা।
গজ বাজী ৰথী ৰথ সঙ্গে বহুপ্ৰজা॥
বৃষকেতু বভ্ৰুবাহা অৰ্জ্জুনকুমাৰ।
অনিৰুদ্ধ নীলধ্বজে সমৰে দুৰ্ব্বাৰ॥ ৩৪২৮৪
হংসধ্বজ তাম্ৰধ্বজ শিখিধ্বজ বীৰ।
যাদৱ পাণ্ডৱ বীৰ দুৰ্জ্জয় শৰীৰ॥
সুবেস্থত দেশে আসি মিলিল পাণ্ডৱ।
ভয়ঙ্কৰ বীৰসব মনুষ্য যাদৱ॥ ৩৪২৮৫
দুই কৰ যোৰ কৰি কহিলন্ত চৰে।
শুনিয়া হৰিষ বৰ ভৈলা নৃপবৰে॥
আদেশিলা শীঘ্ৰে আজি আসা সেনাগণ।
গজ বাজী ৰথ ধ্বজ কৰিয়া সাজন॥ ৩৪২৮৬
এহি বুলি নৃপতি দুন্দুভি দিলা শান।
সৰ্ব্বসৈন্য সাজিয়া আসিলা বিদ্যমান॥
কেহো অশ্বে কেহো ৰথে কেহো হস্তীকন্ধে।
হৰিষে আসিলা সবে মিলিলা আনন্দে॥ ৩৪২৮৭
কনকৰ ৰথ চতুৰ্ভিতি মণিময়।
ধ্বজ সুৱৰ্ণৰ কুম্ভ অধিকে শোভয়॥
ৰত্নমণি ৰচিত সুৱৰ্ণমালা দিলা।
চতুৰ্ভিতি আসি সৈন্য সকলে মিলিলা॥ ৩৪২৮৮

চামৰ ঘাগৰ ঘণ্টা নিয়োজিলা অঙ্গে।
উবাও উবাও কৰে ঘোৰা চলে মহাৰঙ্গে॥
দিব্যৰথে চৰি ৰাজা কৰিলা গমন।
সসৈন্যে অৰ্জ্জুন আগে ভৈলা উপসন॥ ৩৪২৮৯
সৈন্য বেঢ়ি ঘোটক ধৰিলা ৰঙ্গমন।
সৈন্যৰ উপৰে কৰে বাণ বৰিষণ॥
দেখি বভ্ৰুবাহা বীৰ ধাইলা বৰ ৰোষে।
নিজ সৈন্য লৈয়া কৈলা সমৰে প্ৰৱেশে॥ ৩৪২৯০
দুই সৈন্য মধ্যে ভয়ঙ্কৰ ৰণ ভৈল।
কেশা-কেশী ভিণ্ডা-ভিণ্ডি পৰি ভূমিতল॥
মুষ্টিক প্ৰহাৰে কেহো চৰণে চৰণে।
মিলিলা দাৰুণ ৰণ আতি ঘোৰ বাণে॥ ৩৪২৯১
শৰে আৱৰিলা সবে গগনমণ্ডল।
সূৰ্য্যৰশ্মি দূৰ গৈল পৰয় সকল॥
অৰ্দ্ধচন্দ্ৰ কুলিশ কুঠাৰ ভিণ্ডিপাল।
মুদ্গৰ মুষল হানে সমৰে বিশাল॥ ৩৪২৯২
দুই সৈন্যমাজে ৰণ ভৈল মহামাৰ।
তেজ মাংস পৰি ভৈলা কৰ্দ্দম অপাৰ॥
হস্ত পদ শিৰ কাৰো উৰু কাটি পাৰে।
কদলীবৃক্ষক যেন উভাৰিলা জোৰে॥ ৩৪২৯৩
হস্তী হয় পদাতি পৰিলা বহুতৰ।
ৰথী ৰথ বীৰসব গৈলা যমঘৰ॥
বভ্ৰুবাহা বীৰবৰ সমৰে দুৰ্ব্বাৰ।
বীৰবৰ্ম্মা সেনাসব কৰিলা সংহাৰ॥ ৩৪২৯৪
ভয় পায়া সৈন্য ভঙ্গ দিলা সৰ্ব্বজন।
সবে গৈয়া বীৰবৰ্ম্মাত পশিলা শৰণ॥
সৈন্য ভঙ্গ দেখি তেবে নৃপতিশেখৰ।
মনত স্মৰিয়া পশে শৰণ যমৰ॥ ৩৪২৯৫
ৰাজাৰ স্মৰণে মিলিলাহা ধৰ্ম্মৰাজ।
মহিষে চৰিয়া ধনুশৰ লৈয়া সাজ॥
বিজুলি চমক ৰক্তবৰ্ণ দুই আঁখি।
বিস্ময় ভৈলন্ত লোক যমৰাজা দেখি॥ ৩৪২৯৬
বিপৰীত বেশ ধৰি মাৰে সেনাগণ।
অগ্নিৰ সদৃশ কৰি বাণ বৰিষণ॥

দাঙ্গবাৰী মাৰি কতো কৰয় সংহাৰ।
মহিষৰ পদভৰে কৰে চূৰ্ণাকাৰ ॥ ৩৪২৯৭
পাশে প্ৰাণী ধৰে কতো মুণ্ডে মুণ্ডে বাজে।
হেনমতে সেনা মাৰে যম মহাৰাজে ॥
হস্তীমুণ্ড অশ্বমুণ্ড ভাঙ্গে মাৰি বাৰী।
বাৰী খায়া সৈন্যসব কৰে লৰালৰি ॥ ৩৪২৯৮
যুদ্ধ দেখি পাৰ্থৰ বিস্ময় ভৈলা মন।
শ্ৰীহৰিক সম্বোধিয়া বুলিলা বচন ॥
এপুনু সাহস নহে শুনা নাৰায়ণ।
মায়া কৰি আইলা কিবা দেৱ পঞ্চানন ॥৩৪২৯৯
দেৱৰ চৰিত্ৰ দেখো ৰণ ভয়ঙ্কৰ।
ইহাৰ চৰিত্ৰে কহা শুনো দামোদৰ ॥
প্ৰকাশ সকলে জ্বলে সদৃশ বজ্ৰৰে।
প্ৰলয়ৰ সূৰ্য্য যেন সৃষ্টিক সংহাৰে ॥ ৩৪৩০০
বৰ্দ্ধয় অগনি যেন সৃষ্টি কৈলা ক্ষয়।
সেহিমতে শৰঘাৱে সৈন্য বিনাশয় ॥
হাসি কৃষ্ণে বুলিলেক অৰ্জ্জুনক চাই।
যমৰাজা হোৱে এহি ৰাজাৰ জামাই ॥ ৩৪৩০১
সৃষ্টি প্ৰাণ হৰে সেহি যাক বুলি কাল।
সেহি যম আইলা এই সমৰে বিশাল ॥
শত্ৰুৰ বচনে কৰিবে আইলা ৰণ।
মূৰ্ত্তিমন্ত দাঙ্গ ধৰি মাৰে সেনাগণ ॥ ৩৪৩০২
কৃষ্ণৰ বচন শুনি পাৰ্থৰ বিস্ময়।
পুনৰপি পাৰ্থে কৃষ্ণআগে জিজ্ঞাসয় ॥
তোমাৰ বচনে মোৰ মনে বাজে কথা।
যমে কেনে বিহা কৈলা ৰাজাৰ দুহিতা ॥৩৪৩০৩
হেনয় স্থানত বিহা দিলা কিবা কাৰ্য্য।
শুনিতে অদ্ভুত কথা কহা যদুৰাজ ॥
অৰ্জ্জুনৰ বাক্য শুনি বুলিলা বচন।
যেনমতে কন্যা বিহা কৰিলা শমন ॥ ৩৪৩০৪
মানিনী সুন্দৰী বীৰবৰ্ম্মাৰ নন্দিনী।
ৰূপে গুণে পৃথিবীত খ্যাত সুবদনী ॥
ডালিম্বৰদন বালা পূৰ্ণচন্দ্ৰমুখী।
মুনিগণ মোহ হোৱে যাৰ ৰূপ দেখি ॥ ৩৪৩০৫
তান সম ৰূপ-গুণ নাহি ৰৱি মাজ।
শিশুকাল হন্তে কন্যা পূজে যমৰাজ ॥
যমৰ চৰণে কন্যা দৃঢ়ভক্তি কৰে।
ব্ৰতী সতী হুয়া কন্যা থাকে নিৰন্তৰে ॥ ৩৪৩০৬
যৌৱন সময়ে ৰাজা পুছিলা গোচৰে।
যাক বাঞ্ছা কৰা মায় বৰা জামাতাৰে ॥
পৃথিৱীত আছে যত ৰাজাৰ কুমাৰ।
দূতক পঠায়া কৰো ৰাজা আগুসাৰ ॥ ৩৪৩০৭
বলৱন্ত গুণৱন্ত সুন্দৰ বদন।
মনে যাক লাগে বৰ বৰিবা তেখন ॥
বাপৰ বচন শুনি মানিনী কুমাৰী।
বাৰবৰ্ম্মা সম্বোধিয়া বোলয় সুন্দৰী ॥ ৩৪৩০৮
যমৰাজা পৰে মোৰ আন নোহে মনে।
মনৰ বাঞ্ছিত কৈলো তোমাৰ চৰণে ॥
অল্প তেজ বল বীৰ্য্য নৰ হীনজাতি।
ক্ষুধা তৃষ্ণা জৰা ব্যাধি পীড়িত দুৰ্ম্মতি ॥ ৩৪৩০৯
চৰাচৰ জীৱ যত যাই যমলোক।
যমৰ তাড়ণা তাৰ পাৱে দুখ শোক ॥
ত্ৰিভুৱনে যত জীৱ তাৰ অধিকাৰ।
ধৰ্ম্মাধৰ্ম্ম চাই সেই কৰয় বিচাৰ ॥ ৩৪৩১০
অধৰ্ম্মী ধাৰ্ম্মিক যত শিশু বৃদ্ধ যুৱা।
অধম উত্তম নেই যত ৰাজা প্ৰজা ॥
উচিত বিচাৰ কৰি পালয় ধৰ্ম্মক।
পুণ্যৱন্ত যেন পাইলে দিয়ে কল্যাণক ॥ ৩৪৩১১
অন্তকালে যমে তাক ভুঞ্জাৱে নৰক।
নৰক এৰাইবো স্বামী ভৈলেহে অন্তক ॥
ধৰ্ম্মৱন্ত যমৰাজা ৰবিৰ নন্দন।
তাঙ্ক বিহা দিলে যশ হোৱে ত্ৰিভুৱন ॥ ৩৪৩১২
কুমাৰীৰ বাক্যে ৰাজা ভৈলা হৰষিত।
অহৰ্নিশে যমক যে ভাৱে নিতে নিত ॥
নাৰদে জানিয়া কহে যমৰাজা স্থানে।
যমপুৰে গৈলা মুনি হৰষিত মনে ॥ ৩৪৩১৩
নাৰদক দেখি পাদ্যঅৰ্ঘ্য দিলা যমে।
জিজ্ঞাসিলা এথা আগমন কোন কামে ॥

নাৰদে বোলয় শুনা জীৱ অধিকাৰী।
বীৰবৰ্ম্মা কন্যা এক মানিনী সুন্দৰী॥ ৩৪৩১৪
সত্যৱতী ধৰ্ম্মৱতী পুণ্যৱতী নাৰী।
গুণৱতী সতী সাধ্বী মদনমঞ্জৰী॥
অণুক্ষণে স্বামীভাৱে পূজয় উপমা।
ৰূপে গুণে কন্যা নাহি তাহান উত্তমা॥৩৪৩১৫
সুবেসুতপুৰী তান বীৰবৰ্ম্মা দেশ।
তাক গৈলে কন্যাৰত্ন পাইবা যে বিশেষ॥
তান মনোৰথ সিদ্ধি কৰা মহাশয়॥
মনুষ্যৰ ৰূপ ধৰি কৰা পৰিণয়॥ ৩৪৩১৬
তপস্যাৰ সাফল কৰাহা ধৰ্ম্মৰাজ।
শীঘ্ৰ কৰি চলা নৃপ নকৰিয়া বাজ॥
তপৰ প্ৰসাদে কন্যা হেন পালা বৰ।
হেন জানি চলা শীঘ্ৰে ৰাজাৰ নগৰ॥ ৩৪৩১৭
হাসি যমৰাজা বোলে নাৰদ তপস্বী।
আমাতে ভৈলন্ত মনুষ্যৰ ভালবাসী॥
তোমাৰ বচনে যাইবো সুবেসুত পুৰী।
পৰিণয় হৈব বীৰবৰ্ম্মাৰ জীয়াৰী॥ ৩৪৩১৮
বৈশাখ মাহত যাইবো শুক্লপক্ষ দিনে।
কৰিব কন্যাক বিহা কৈলো তযু স্থানে॥
এহি বুলি নাৰদেয়ো কৰিলা বিদায়।
যমৰ প্ৰধান ৰোগ কহে তান ঠাই॥ ৩৪৩১৯
যমে বোলে তুমি ৰোগ ৰোগৰ প্ৰধান।
ৰোগ মধ্যে কেহো নহে তোমাৰ সমান॥
যত ৰোগ সবে আহা আমাৰ সঙ্গতি।
সুবেসুতপুৰী যাইবো বিবাহক প্ৰতি॥ ৩৪৩২০
এতেক শুনিয়া বোলে ৰোগ অধিকাৰী।
আমাৰ শকতি নাই যাইতে সেহি পুৰী।
তোমাৰ আজ্ঞায়ে কেহো নাযাইবোহো তথা।
সুবেসুতপুৰী গৈলে পাইবো বৰ বেথা॥৩৪৩২১
ধনুৰ টঙ্কাৰ শুনি কৰ্ণপথ ৰুদ্ধি।
গৈলে সেহি পুৰী জানা সবে হোৱে বন্দী॥
সিকাৰণে তথা যাইতে নাহি কাৰো শক্তি।
সেহিস্থানে নাযাওঁ কেহো পাইবো বৰ ভীতি॥'২২
হেন শুনি হাসি যমৰাজে বোলে বাণী।
মোৰ সঙ্গে যাইতে কেনে ভয় হেন মানি॥
সৰ্ব্বৰোগ আসা যাওঁ আমাৰ সহিতি।
বিবাহৰ কাৰ্য্যে যাওঁ পুৰী সুবেসুতী॥ ৩৪৩২৩
ধৰিয়া মনুষ্য বেশ ধৰি সৰ্ব্বজন।
নানা অলঙ্কাৰে অঙ্গ কৰিয়া ভূষণ॥
বিষ্ণুপৰায়ণ ৰাজা তাক কৰা ভয়।
অধৰ্ম্মীক দেখি ভয় পাৱয় নিশ্চয়॥ ৩৪৩২৪
পুণ্যৱন্ত ধাৰ্ম্মিক সুজন বলৱন্ত।
তাৰা সবে আত্মাময় সবাকে দেখন্ত॥
পাপী যেই দম্ভ দৰ্প কাৰ্য্যে দুষ্টবৃত্তি।
সিসবে দেখয় তোক ভয়ঙ্কৰ মূৰ্ত্তি॥ ৩৪৩২৫
গোহত্যা ব্ৰহ্মহত্যা কৰে যিবাজন।
তাক দুখ পীড়া দিয়া কৰাহা দমন॥
হৰ-গৌৰী পূজে যেহি কৃষ্ণ কৰে পূজা।
সুৱৰ্ণক দেই দান সেহি হোৱে ৰাজা॥ ৩৪৩২৬
সুৱৰ্ণৰ পাত্ৰ যেহি জনে কৰে দান।
সেহি মাত্ৰ পীড়া হন্তে পাৱে পৰিত্ৰাণ॥
জৈমিনী বোলন্ত কথা শুনা জন্মেজয়।
ভক্তিভাৱে কথাক শুনিলে পুণ্য হয়॥ ৩৪৩২৭
ব্যাধিপীড়া নাই তাৰ সৰ্ব্বত্ৰে কুশল।
আৰোগ্য শৰীৰ হৱে বাঢ়য় মঙ্গল॥
যমৰাজা অনুচৰ সঙ্গত কৰিয়া।
অতি নৰ কাম দেৱ মনুষ্যক হুয়া॥ ৩৪৩২৮
নাৰদ বচনে যম চলে শীঘ্ৰ কৰি।
বীৰবৰ্ম্মা আগে বৈলা সুবেসুতীপুৰী॥
যমক দেখিয়া ৰাজা আনন্দিত ভৈলা।
বিধিমতে কন্যাক যমত বিহা দিলা॥ ৩৪৩২৯
যমে অগ্নিপূজা কৈলা বিধিৰ বিধানে।
সেহি হোমধূম্ৰে আসি আৱৰি গগনে॥
আনন্দ হৃদয় হুয়া দেৱ যমৰাজ।
বীৰবৰ্ম্মা সম্বোধিয়া বুলিলেক কাজ॥ ৩৪৩৩০
চিৰজীৱী হোৱা ৰাজা ইথানৰ পতি।
বৰ মাগা ৰাজা তুমি মনত সম্প্ৰতি॥

ৰাজা বোলে জামাতাৰ বৰ অনুচিত।
কন্যা বিত্ত লৈয়া যেই থাকে পৃথিৱীত ॥৩৪৩৩১
পৰলোকে নৰকত হোৱে তাৰ বাস।
কন্যা জামাতাৰ ধনে যিবা কৰে আশ ॥
যমে বোলে মোৰ বাক্য শুনা নৃপবৰ।
আশীৰ্ব্বাদ কৰো শুনা নেদিবোহো বৰ ॥৩৪৩৩২
জামাতাৰ বাক্যে হৰিষিত নৃপবৰ।
জামাতাক সম্বোধিয়া বুলিলা বিস্তৰ ॥
এক আশীৰ্ব্বাদ মোক কৰা দৃঢ়মনে।
মৰণ সময়ে যেন জানো ভগৱানে ॥৩৪৩৩৩
মনে জ্ঞানে স্মৰণে চেতনে থাকে হৰি।
পৰলোক তৰি যেন যাওঁ স্বৰ্গপুৰী।
যমে বোলে এহি বৰ দিলোহো নিশ্চয়।
মৰণ কালত যেন কৃষ্ণ দেখা হয় ॥ ৩৪৩৩৪
বিনা কৃষ্ণ দৰশনে নযাউক পৰাণ।
আমাৰ বচন ব্যৰ্থ নোহে কদাচন ॥
কৃষ্ণে বোলে বাক্য মোৰ শুনা ধনঞ্জয়।
এহিমতে যমে কন্যা কৈলা পৰিণয়॥ ৩৪৩৩৫
বীৰবৰ্ম্মা বোলে কোনো সঙ্কট মিলয়।
সেহিদিনা আসিবাহা আমাৰ নিলয় ॥
সিকাৰণে আইলা যম সংগ্ৰাম ভিতৰ।
ঘোৰ ৰণে সেনাগণ মাৰিলা বিস্তৰ ॥ ৩৪৩৩৬
শত্ৰুৰ কাৰণে আসিয়া কৰে ৰণ।
দেখা বীৰবৰ্ম্মা আসে লৈয়া নাগগণ ॥
আজিৰ সংগ্ৰামে সখি নাহি পৰিত্ৰাণ।
পৰিল সকলে সৈন্য তুমি বিদ্যমান ॥ ৩৪৩৩৭
বৃষকেতু বভ্ৰুবাহা প্ৰদ্যুম্ন সম্প্ৰতি।
হংসধ্বজ নীলধ্বজ সবে নৰপতি ॥
সবে মিলি সমৰ কৰোক বীৰগণে।
তুমি আমি দূৰে থাকি চাহিবো আপুনে ॥৩৪৩৩৮
অৰ্জ্জুনৰ আগে হেন কহয় শ্ৰীহৰি।
সৈন্য সমে কৃষ্ণ পাৰ্থ আৰম্ভিলা বৈৰী ॥
বীৰবৰ্ম্মা বীৰবৰ সমৰে দুৰ্ব্বাৰ।
কৃষ্ণ পাৰ্থ বেঢ়ি কৰে অস্ত্ৰৰ প্ৰহাৰ ॥ ৩৪৩৩৯
অযুতে নিযুতে শৰ কৰে বৰিষণ।
শৰবৃষ্টি আৰম্ভিলা সকলে গগন ॥
পাঞ্চ পাঞ্চ শৰ হানিলেক বীৰগণ।
পাঞ্চ শৰে অৰ্জ্জুনক ভেদিলা তেখন ॥ ৩৪৩৪০
বিমুৰ্চ্ছিত হুয়া সবে পৰিলা ভূমিত।
জ্ঞান মন চেতন সকলে বিবৰ্জ্জিত ॥
ধ্বজ ছত্ৰ পতাকা কাটিলা সব ৰথ।
কাহাৰো শকতি নাই ৰহিবে আগত ॥ ৩৪৩৪১
বীৰবৰ্ম্মা শৰ হানি অৰ্জ্জুনক ঢাকি।
বজ্ৰশৰ প্ৰহাৰে যে অৰ্জ্জুন চমকি ॥
দিব্যৰথে চলি গৈলা পাৰ্থৰ গোচৰ।
ডাক দিয়া বোলে শুনা পাণ্ডুৰ কুমাৰ ॥ ৩৪৩৪২
সৰ্ব্ব সৈন্য জিনিলো দেখিলি বিদ্যমান।
কৃষ্ণ সমে তোমাসাক কৰিবো নিৰ্য্যাণ ॥
এহি বুলি কোপে কম্পমান ভৈল কায়।
সহস্ৰেক শৰে ভেদে অৰ্জ্জুনৰ গায় ॥ ৩৪৩৪৩
আকাশ ধৰণী আৰম্ভিলা শৰচয়।
শ্ৰাৱণ মাসত যেন বৃষ্টি অতিশয় ॥
শৰবৃষ্টি অৰ্জ্জুন ভৈলেক খান খান।
বীৰবৰ্ম্মা বীৰক ভেদিলা সপ্ত বাণ ॥ ৩৪৩৪৪
ছয় শৰ বীৰবৰ্ম্মা এৰিলেক কোপে।
প্ৰচণ্ড অনল শৰ দাৰুণ প্ৰতাপে ॥
কপিধ্বজ কৃষ্ণ পাৰ্থ ভেদিলা শৰীৰ।
ৰথী ৰথ সাৰথিক কৰি থৰবৰ ॥ ৩৪৩৪৫
ৰথ এৰি পদগতি বীৰবৰ্ম্মা বীৰে।
গদাবাৰী মাৰি বীৰ বহুতো সংহাৰে ॥
ত্ৰাস পায়া সেনাগণ পলাৱে সমৰে।
অৰ্জ্জুনত শৰণ পশিলা সবে বীৰে ॥ ৩৪৩৪৬
তাক দেখি অৰ্জ্জুনক বোলে নাৰায়ণ।
দেখা বীৰবৰ্ম্মা পৰাক্ৰমৰ কাৰণ ॥
ইহাক জিনিবে বীৰ নাহি ত্ৰিভুৱনে।
আমিতো নপাৰো জানা কহিলো আপুনে ॥৩৪৩৪৭
উপায় কৰিয়া আক কৰিবো সংহাৰ।
উপায়ৰ পৰে জানা বল নাহি আৰ ॥

ভীষ্ম দ্ৰোণ কৰ্ণ দুৰ্য্যোধন দুঃশাসন ।
মায়া কৰি যেনমতে কৈলো সংহাৰণ ॥ ৩৪৩৪৮
শিশুপাল বধ যেন কৰিলো উপায় ।
ৰাজসূয় যজ্ঞ আমি কৰিলো লীলায় ॥
কাল যে যৱন ৰাজা শুদ্ধ ৰবৰীৰ ।
উপায়ে সবাকে পেশিলোহো যমপুৰ ॥ ৩৪৩৪৯
তেনৰূপে মায়া কৰি বীৰবৰ্ম্মা জিনি ।
চলি যাইবো সেনাগণ যজ্ঞ অশ্ব আনি ॥
এহি বুলি মনে কৃষ্ণ স্মৰি হনুমান ।
তেতিক্ষণে বায়ুসুত ভৈলা বিদ্যমান ॥ ৩৪৩৫০
কৃষ্ণে বোলে হনুমন্ত হোৱা সাৱধান ।
লাঙ্গুলে বেঢ়িয়া ৰথ ৰাখা বিদ্যমান ॥
গজ বাজী বীৰবৰ্ম্মা সবে সেনাগণ ।
আকাশে ভ্ৰমায়া ৰথ পৱননন্দন ॥ ৩৪৩৫১
হনুমন্তে বোলে নোহে ৰাক্ষসৰ সেনা ।
লাঙ্গুলে আচাৰি পাচে দুখ দিলা নানা ॥
হাসি কৃষ্ণে বোলে শুনা পৱননন্দন ।
আন্দোল কৰিয়া মাৰা বীৰ হনুমান ॥ ৩৪৩৫২
এহি বুলি ক্ষেপিলেক গগনমণ্ডল ।
গজ বাজী ৰথ ৰথী পদাতিসকল ॥
ৰথ পৰিহৰি বীৰবৰ্ম্মা বীৰবৰ ।
লাম্ফ দিয়া আইলা কৃষ্ণ পাৰ্থৰ গোচৰ ॥৩৪৩৫৩
অযুত দাৰুণ শৰে অৰ্জ্জুনক ভেদি ।
বজ্ৰ সম গদা হানে হনুমান হৃদি ॥
কোলে কৰি হনুমান ধৰিলেক উঠি ।
দুই বীৰে হৃদয়ত হানে বজ্ৰ মুষ্ঠি ॥ ৩৪৩৫৪
হেন দেখি ৰথহন্তে নামিয়া শ্ৰীপতি ।
বীৰবৰ্ম্মা হৃদয়ে মাৰিলা বজ্ৰ লাঠি ॥
মূৰ্চ্ছা যাই বীৰবৰ্ম্মা পৰিলা ভূমিত ।
চেতনক পায়া বীৰ উঠি আচম্বিত ॥ ৩৪৩৫৫
ধূলা জাৰি বীৰবৰ্ম্মা বুলিলা বচন ।
আয়ু বৃদ্ধি ভৈলা মোৰ নভৈলা মৰণ ॥
যমে যি বুলিলা মোৰ সবে ব্যৰ্থ ভৈল ।
কৃষ্ণপদ পায়া মোৰ মৰণ নভৈল ॥ ৩৪৩৫৬
এহি বুলি হৰষিত ভৈলা বীৰবৰ্ম্মা ।
কৃষ্ণপদে স্তুতি কৰি ৰণ কৈলা ক্ষমা ॥
অৰ্জ্জুনক দেখি ডাকি বুলিলা বচন ।
সহস্ৰ বৰিষ যদি দুই কৰো ৰণ ॥ ৩৪৩৫৭
তথাপি আমাৰ ভঙ্গ নহে কদাচিত ।
শুন পাৰ্থ তোৰ স্থানে কহিলো নিশ্চিত ॥
নানা অস্ত্ৰ জানা তুমি সমৰে দুৰ্জ্জয় ।
আপোন সাপেক্ষ যাৰ দেৱ দয়াময় ॥ ৩৪৩৫৮
তোমাৰ মহিমা বুজিবেক কোনজন ।
মোৰ হৃদি লাঠি প্ৰভু তোমাৰ চৰণ ॥
নয়ন সাফল মোৰ দেখিলো শ্ৰীহৰি ।
ধন জন দিলো আৰো স্বৰেসুত পুৰী ॥ ৩৪৩৫৯
যজ্ঞ অশ্ব নিয়া তুমি শুনা ধনঞ্জয় ।
সেৱা কৰি থাকো আমি চৰণে কেশৱ ॥
কৃষ্ণৰ চৰণে ভক্তি কৰে নৃপবৰ ।
তুমিসে স্ৰজিলা হৰি ব্ৰহ্মা পুৰন্দৰ ॥ ৩৪৩৬০
প্ৰণামোহো নাৰায়ণ তুমি নিৰঞ্জন ।
অনন্ত মহিমা প্ৰভু ত্ৰৈলোক্য জীৱন ॥
অনেক কাকুতি কৰি তুষিলন্ত হৰি ।
কৃষ্ণ অৰ্জ্জুনক লৈয়া চলিলন্ত পুৰী ॥ ৩৪৩৬১
বীৰবৰ্ম্মা কৰে ধৰি দেৱ নাৰায়ণ ।
আসনে বসিয়া ভৈলা হৰষিত মন ॥
নৃত্যগীতে কৌতুকে বসিলা ছয় দিন ।
আৰ দিনা বীৰসব কৰিলা প্ৰবীণ ॥ ৩৪৩৬২
ধন বস্ত্ৰ ঘোৰা আনি দিলা নৃপবৰে ।
তাক দেখি যমৰাজা গৈলা নিজ ঘৰে ॥
ঘোৰা লৈয়া কৌতুকে চলিলা ধনঞ্জয় ।
অশ্বমেধ চৰিত্ৰ ভৱানী দাসে কয় ॥ ৩৪৩৬৩
হেন জানি দিয়া হৰি চৰণত চিত্ত ।
আত পৰে ধৰ্ম্ম আৰ নাহিকে কলিত ॥
মনুষ্য হৈবাৰ হেতু এহি নিজ কাম ।
কৃষ্ণৰূপ হৃদি ধৰি বোলা ৰাম ৰাম । ৩৪৩৬৪

---

পদ

জৈমিনী বোলয় শুনা কথা নৃপবৰ ।
আগে যায় বীৰবৰ্ম্মা লৈয়া ধনুশৰ ॥
চঞ্চল আতিকে অশ্ব জাতিৰ চৰিত্ৰ ।
গ্ৰাৱে ঘণ্টা ধ্বনি শুনি চাৰে চাৰিভিত ॥৩৪৩৬৫
নদী নদ গিৰি গুহা খাল বিল যতি ।
বহুদেশ ভ্ৰমি ঘোৰা চলে শীঘ্ৰগতি ॥
নিকুঞ্জ বিশেষ এৰাইলন্ত ভয়ঙ্কৰ ।
সকলো এৰিয়া চলিলেক হয়বৰ ॥ ৩৪৩৬৬
দিশ বিদিশ যে নাই ধাই যায় দূৰে ।
অলক্ষিতে গৈলা ঘোৰা কুন্তলনগৰে ॥
অলক্ষিতে গৈলা নেদেখিলা কোন জন ।
কেহো বোলে ঘোৰা গৈয়া পশিলেক বন ॥৩৪৩৬৭
কেহো বোলে গৈলা ঘোৰা বনৰ ভিতৰ ।
কেহো বোলে গৈলা ঘোৰা আকাশ উপৰ ॥
সবে মিলি আকাশক চাৰে একধ্যানে ।
দেখিলা পুৰুষ আসে বিচিত্ৰ বিমানে ॥ ৩৪৩৬৮
জাজ্জ্বল্য সমান দেখি সূৰ্য্যসম জ্যোতি ।
চন্দ্ৰসম শোভা কৰে দেখিয়া নৃপতি ॥
চৰণে পাদুকা শোভে বেণু বাম কৰে ।
শুক্লবস্ত্ৰ পৰিধান জটাভাৰ শিৰে । ৩৪৩৬৯
নাৰায়ণ চৰণে সদায় মনস্থিৰ ।
সদায়ে আনন্দ বীৰ কন্দৰ্প শৰীৰ ॥
সত্য বিনে নিতে নকহয় মিছা বাণী ।
সত্য কথা কহিতে বজাৱে বীণা বাণী ॥৩৪৩৭০
অগ্নিপুঞ্জ সম তেজ দেখিতে সুন্দৰ ।
সৰ্ব্বজনে নিচিনে নাৰদ মুনিবৰ ॥
শূন্য পৰিহৰি মুনি নামিলা ধৰণী ।
সৰ্ব্বজনে প্ৰণাম কৰয় দেখি মুনি ॥ ৩৪৩৭১
একে একে প্ৰণামিলা চৰণ যুগল ।
সম্ভ্ৰমে অৰ্জ্জুনে পুছে ঘোৰাৰ কুশল ॥
কোন দেশে গৈলা ঘোৰা কহ মুনিবৰ ।
ঘোটক হেৰাইল মোৰ ব্যাকুল অপাৰ ॥৩৪৩৭২
মুনি বোলে ঘোৰাৰ উদ্দেশ আজি জানি ।
কুন্তলপুৰক ঘোৰা গৈলা ৰাজধানী ॥
চন্দ্ৰহাস ৰাজা এহি কহে ত্ৰিভুৱন ।
পৰম ধাৰ্ম্মিক ৰাজা বিষ্ণুপৰায়ণ ॥ ৩৪৩৭৩
সৰ্ব্বজনে হৰি বিনে আন নাহি মুখে ।
হৰি গাৱে হৰি ভাবে আছে মহাসুখে ॥
যুৱতী বালক বৃদ্ধ যুৱতসকল ।
দীপ ধূপে হৰি পূজে কৰিয়া মঙ্গল ॥ ৩৪৩৭৪
ধৰ্ম্মজ্ঞান সাহস পৌৰুষ বীৰবৰ ।
পৃথিৱীত নাহি ৰাজা তান সমসৰ ॥
মুনি বাক্যে অৰ্জ্জুনৰ বিস্ময় হৃদয় ।
কৃতাঞ্জলি কৰি সোধে কৰিয়া বিনয় ॥৩৪৩৭৫
শুনিয়া অদ্ভুত চন্দ্ৰহাসৰ চৰিত্ৰ ।
কহ মুনি হুয়া শুনো হুয়া আনন্দিত ॥
বৈষ্ণৱ চৰিত্ৰ কথা শুনিলে মুকুতি ।
শুনিলে কৃষ্ণৰ কথা বাঢ়য় ভকতি ॥ ৩৪৩৭৬
পাপ হৰে যশ পুণ্য হৰে বহুমান ।
সন্তৰ কথাক শুনা হুয়া সাৱধান ॥
কিছু আগোচৰ নহে তোমাৰ বিদিত ।
কহিয়োক মুনি চন্দ্ৰহাসৰ চৰিত্ৰ ॥ ৩৪৩৭৭
অৰ্জ্জুনৰ বাক্য শুনি নাৰদে কহন্ত ।
ঘোৰা নপাই অৰ্জ্জুন বিকল হইছন্ত ॥
ধৰ্ম্মৰাজা চিন্তে তথা কুশল তোমাৰ ।
দীক্ষিত হুয়াছে ৰাজা হস্তিনানগৰ ॥ ৩৪৩৭৮
ইকথা কহিলে জানা হৈবে বহুতৰ ।
নৃপতিৰ গুণ কথা শুনিতে মধুৰ ॥
কহ মুনিবৰ কথা শুনিতে মধুৰ ।
কুৰুক্ষেত্ৰ দুইদল সমৰে প্ৰচুৰ ॥ ৩৪৩৭৯
অষ্টাদশ অধ্যায়ক তেখনে শুনিলা ।
বৈষ্ণৱৰ কথা শুনিবাক ইচ্ছা ভৈলা ॥
বৈষ্ণৱৰ কথা নেই পাপক সংহৰি ।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥ ৩৪৩৮০

## চন্দ্ৰহাসৰ উপাখ্যান

### পদ

নাৰদে বোলন্ত কথা শুনিয়োঁ বিশেষ ।
সুধৰ্ম্মা নৃপতি ভৈলা কুন্তলৰ দেশ ॥
ধৃষ্টবুদ্ধি মন্ত্ৰী তাৰ আছয় প্ৰধান ।
বুদ্ধিমন্ত বলৱন্ত সংগ্ৰামে সন্ধান ॥ ৩৪৩৮১
নাম মাত্ৰ ৰাজা সেহি ৰাজ্য অধিকাৰী ।
কুমন্ত্ৰণা কৰে সেহি মন্ত্ৰণা বিহাৰী ॥
বৃদ্ধকালে পুত্ৰ ভৈলা ৰাজা সুধৰ্ম্মাৰ ।
ভুবন দুৰ্ল্লভ ৰূপ দেৱ অৱতাৰ ॥ ৩৪৩৮২
তৃতীয় দিবসে শিশু পিতৃমাতৃহীন ।
ধাত্ৰী পুষিয়া তাঙ্ক কৰিলা প্ৰবীণ ॥
দধি দুগ্ধ পায়স যে শৰ্কৰা খুৱায়া ।
পঞ্চম বয়স কৈলা পুষিয়া পালিয়া ॥ ৩৪৩৮৩
বিধিবশে সিয়ো ধাই গৈলা যমপুৰা ।
অনাথ ভৈলন্ত শিশু ভ্ৰময় নগৰী ॥
নয়নত জল বহে কান্দিয়া বিকল ।
হৰি হৰি ভাবে চিন্তে কল্যাণ কুশল ॥ ৩৪৩৮৪
হৰি বিনে মুখে আৰ আন নাহি কহে ।
সকল নগৰবাসী পুষিলন্ত স্নেহে ॥
দ্বিতীয়াৰ চন্দ্ৰ যেন বাঢ়ে অনুদিনে ।
খেলা খেলে অনৰ্নিশে শিশুগণ সমে ॥ ৩৪৩৮৫
জলক্ৰীড়া কৰে শিশু খেলে অনুপাম ।
বিধিবশে পায়া গিলিলন্ত শালগ্ৰাম ॥
দৈৱযোগে একদিনা শিশুৰে সহিতে ।
ৰাজদ্বাৰে গৈল শিশু কৌতুক চাহিতে ॥ ৩৪৩৮৬
দেখি সৰ্ব্বলোকৰ হৰিষ মন ভৈলা ।
ধৃষ্টবুদ্ধি আগে গৈয়া সকলে কহিলা ॥
কহ মন্ত্ৰীবৰ শিশু কাহাৰ নন্দন ।
সবে পাত্ৰ মন্ত্ৰী আগে বুলিলা বচন ॥ ৩৪৩৮৭
মন্ত্ৰী বোলে কাৰ শিশু নজানি নিৰ্ণয় ।
প্ৰতি দিনে দেখো এহি নগৰে বঞ্চয় ॥
মুনিগণে বোলে শিশু সুন্দৰ বদন ।
সৰ্ব্বগুণশীল শিশু সৰ্ব্ব সুলক্ষণ ॥ ৩৪৩৮৮
হাসন্তে দেখিয়ো মুখ চন্দ্ৰৰ প্ৰকাশ ।
আজি হন্তে ভৈল আৰ নাম চন্দ্ৰহাস ॥
শ্ৰীমন্ত যে ৰাজলক্ষ্মী দেখিয়ো শ্ৰীযুক্ত ।
এহি ৰাজ্যে নৃপতি হৈবেক বিষ্ণুভক্ত ॥ ৩৪৩৮৯
পুনু মন্ত্ৰী বুলিলেক শুনা মুনিবৰ ।
আমাতো অধিক শিশু হৈব দণ্ডধৰ ॥
এহি বুলি তপোবনে গৈলা মুনিগণ ।
শুনিয়া চঞ্চল মন্ত্ৰী চিন্তাযুক্ত মন ॥ ৩৪৩৯০
ইষ্টগণ মাতি আনি বোলে মন্ত্ৰীবৰ ।
মুনিগণে কহিলেক সবাৰো গোচৰ ॥
আমাৰ ৰাজ্যত শিশু হৈবে নৰেশ্বৰ ।
কি কাৰ্য্য কৰিলে আমি হৈবে প্ৰতিকাৰ ॥৩৪৩৯১
কেনমতে শিশু মাৰো শালক আমাৰ ।
মুনিৰ বচন ব্যৰ্থ নোহোৱে সংসাৰ ॥
আপোনাৰ হিত চিন্তা শুনা সৰ্ব্বজন ।
এহি শিশু জীলে মোৰ নাহিকে জীৱন ॥ ৩৪৩৯২
গুপ্ত কথা কহিলা চণ্ডাল বিদ্যমানে ।
এহি শিশু লৈয়া যাৱা গহীন কাননে ॥
শিশু কাটি তেজ আনা মোৰ বিদ্যমানে ।
মন্ত্ৰীৰ বচনে শিশু লৈয়া অৱসানে ॥ ৩৪৩৯৩
হাতে গলে বান্ধিয়া নিলেক ৰিপুগণে ।
ধৰাধৰি কৰিয়া লৈলন্ত সৰ্ব্বজনে ॥
শিশু পুছিলন্ত যত নগৰৰ বাসী ।
অনেক কান্দিল তাৰ সমীপক আসি ॥ ৩৪৩৯৪
মন্ত্ৰীভয়ে পালটিয়া গৈলা সবে ঘৰে ।
অৱসানে লৈয়া গৈলা গহন ভিতৰে ॥
দৃঢ় কৰি হৰি ভাবে নহয় কাতৰ ।
শালগ্ৰাম পাইলা এক নদীৰ ভিতৰ ॥৩৪৩৯৫
মাথে লৱে গলে লৱে হৃদয়ে বান্ধিল ।
তাকে দেখি চণ্ডালেয়ে শিশুত পুছিল ॥
শিলা গলে বান্ধা তুমি কিবা প্ৰয়োজন ।
শিশু বোলে শিলা বহু কৰিছে ভূষণ ॥ ৩৪৩৯৬
বহুত মধুৰ শিলা অমৃত সমান ।
ভাগ্যেসে পাইলোহো শিলা শুনা অৱসান ॥

হেন শুনি নিশৱদে ৰহিলা চণ্ডাল।
কৰত প্ৰচণ্ড শৰ আকৃতি বিশাল ॥ ৩৪৩৯৭
নাৰদে কহন্ত কথা শুনা ধনঞ্জয়।
কৃষ্ণৰ চৰিত্ৰ কথা কোনেবা বুজয় ॥
অনন্ত মহিমা আৰো কতেক কহিবো।
ব্ৰহ্মা যাক নাহি জানে আমি কি জানিবো ॥৩৪৩৯৮
হৰিৰ মায়ায় শিশু প্ৰসন্ন বদন।
কৃষ্ণ হৰি বাসুদেৱ স্মৰে নাৰায়ণ ॥
সদয় ভৈলন্ত প্ৰভু ত্ৰিভুৱনপতি।
মেহ কৰাইলা সবে চণ্ডালৰ মতি ॥ ৩৪৩৯৯
ধৰ্ম্মবুদ্ধি ভৈল সবে সদয় হৃদয়।
বোলে হেন শিশুক বধিবে নুযুৱাই ॥
কত জন্ম পাপফলে ভৈলো চণ্ডালত।
তাতে শিশু বধি স্থান হৈব নৰকত ॥ ৩৪৪০০
আপোনাৰ হাতে যদি এই শিশু বধি।
দুইকুল নাশ পাপ নাহিকে অৱধি ॥
প্ৰাণে নমাৰিয়া তাক দেখাবো প্ৰতীত।
চিহ্ন কিছু লৈয়া যাইবো তাহাৰ বিদিত ॥৩৪৪০১
হেন দেখি শিশুক নিহালে ঘনে ঘন।
বামপদে শৰাঞ্চলি দেখিলা তেখন ॥
ছেদি সেই আঞ্চলিক চলে অৱসান।
আঞ্চলি দিলেক ধৃষ্টবুদ্ধি মন্ত্ৰী স্থান ॥ ৩৪৪০২
প্ৰণাম কৰিয়া সবে মন্ত্ৰীৰ চৰণে।
প্ৰতীত দেখাই কহিলন্ত বিদ্যমানে ॥
তোমাৰ কাৰ্য্যক প্ৰভু কৰিলোহো কৃত।
বৈৰী মুণ্ড নানিলোহো তোমাৰ বিদিত ॥৩৪৪০৩
ধৃষ্টবুদ্ধি মন্ত্ৰী বোলে কৰিয়া চাতুৰি।
কুশল কৰিলা মোৰ মাৰিলাহা বৈৰী ॥
আনন্দিত হুয়া তাক দিলেক প্ৰসাদ।
মন্ত্ৰী বোলে বৈৰী নষ্টে এৰাইলো প্ৰমাদ ॥৩৪৪০৪
ঘৰে চল চৰসব আপোনাৰ সুখে।
তোৰাসবে শাল উদ্ধাৰিলা মোৰ বুকে ॥
নাৰদে বোলন্ত কথা শুনন্ত অৰ্জ্জুন।
একেশ্বৰে কান্দে শিশু মহাঘোৰ বন ॥ ৩৪৪০৫
তথু সখা কৃষ্ণক স্মৰয় সেহি কাজে।
নবধিলা চণ্ডালে এৰিলা বনমাজে ॥
মহাঘোৰ আপদে স্মৰিলে হোৱে ক্ষয়।
দৃঢ় মন কৰি সেহি কৃষ্ণক স্মৰয় ॥ ৩৪৪০৬
পৰ্ব্বত কন্দৰে যত আছে পশু পক্ষী।
সবে মনে দুখ পাৱে শিশু দুখ দেখি ॥
চন্দ্ৰহাসে বোলে প্ৰভু শুনা নাৰায়ণ
আপদে নিস্তাৰ কৰা লৈলোহো শৰণ ॥ ৩৪৪০৭
তুমি পৰে চন্দ্ৰহাস আন নাহি ৰতি।
হা হা প্ৰভু নাৰায়ণ অগতিৰ গতি ॥
কৃষ্ণ কৃষ্ণ বুলি কান্দে পায়া মহাভয়।
সেহিকালে কুলীন্দ যে বনক চলয় ॥ ৩৪৪০৮
সসৈন্যে সহিতে চলে মৃগ মাৰিবাৰে।
সেহি পথে চলিলেক মৃগ অনুসৰে ॥
ধৃষ্টবুদ্ধি মন্ত্ৰীক যোগাৰে সেহি কৰ।
কুলীন্দ নৃপতি তাতে বৰ তোষকৰ ॥ ৩৪৪০৯
পৰ্ব্বত গহ্বৰ ভ্ৰমি ফুৰে স্থানে স্থানে।
আচম্বিতে শিশুক দেখিলা বিদ্যমানে ॥
পদ্মাসনে বসি আছে হৰি ভাবে মনে।
আগ পাচ নাহি চাৱে মুদিত নয়নে ॥ ৩৪৪১০
দেখিয়া বিস্ময় ভৈলা কুলীন্দ নৃপতি।
ঘোটক ৰাখিয়া পোছে বীৰ মহামতি ॥
দেখিয়া শিশুৰ ৰূপ পুলক শৰীৰ।
শিশুক দেখিয়া নৃপে পোছে ধীৰে ধীৰ ॥৩৪৪১১
কি নাম তোমাৰ কহ কাহাৰ নন্দন।
একেশ্বৰে ঘোৰবনে কান্দা কি কাৰণ ॥
কোন দেশে জন্ম মাতৃ আছে কোন দেশ।
শিশু হুয়া বনে কেনে ভৈলাহা প্ৰবেশ ॥৩৪৪১২
কিবা দেৱ গন্ধৰ্ব্ব মানুহ নিশাচৰ।
কিবা বনদেৱ তুমি পিশাচ কিন্নৰ ॥
কোন ৰূপে আমাক ছলিবে আইলা বনে।
কহ শিশু স্বৰূপ বচন মোৰ স্থানে ॥ ৩৪৪১৩
হৰি মাতা হৰি পিতা হৰিসে সকল।
সেহিবেলা ৰাজাক আকাশীবাণী ভৈল ॥

পুনু পুনু নৃপতি শোধয় যত্ন কৰি।
নয়ন মেলিয়া শিশু বোলে হৰি হৰি ॥ ৩৪৪১৪
অপুত্ৰকে পুত্ৰ পাইলা শুনা নৰপতি।
এহি শিশু লৈয়া চলা পাইলাহা সন্ততি ॥
হেন শুনি নৃপতিৰ উল্লসিত মন।
বৈষ্ণৱ বালক পাইলো কুলৰ নন্দন ॥ ৩৪৪১৫
বৰ পুণ্যভাগে মোৰ মিলাইলেক বিধি।
পুত্ৰতো অধিক পুত্ৰ পাইলো মহানিধি ॥
এহি বুলি শিশু তোলে ৰথৰ উপৰে।
চলিলেক চন্দ্ৰাৱতী যথা নিজঘৰে ॥৩৪৪১৬
নৃপতি বোলয় আইলো মৃগয়া কৰিতে।
মৃগৰূপে শিশু পালো বিধিৰ চৰিতে ॥
এহি বুলি চলিলা হৰিষে নৰপতি।
শিশু লৈয়া কন্যাগণ কৰিয়া সঙ্গতি ॥ ৩৪৪১৭
পুৰীমধ্যে সত্বৰে চলিলা মহাশয়।
নৃত্যগীত কৌতুকে বজাৱে বাদ্যচয় ॥
মেধা নামে সুন্দৰী ৰাজাৰ মহাদেৱী।
অপুত্ৰকে পুত্ৰ পালো দৈৱগতি ভাবি ॥ ৩৪৪১৮
এহি পুত্ৰ প্ৰিয়া নিয়া পালা সুবদনী।
এহি পুত্ৰ হন্তে ৰক্ষা পাইবো ৰাজধানী ॥
নৃপতিৰ বাক্যে ৰামা হৰিষ বদন।
বোলে ৰাজা হৈব শিশু মহন্ত ৰাজন ॥৩৪৪১৯
পৰম বৈষ্ণৱ হৈব বালক মহন্ত।
ক্ষমায়ে ধৰণী সম প্ৰতাপে অনন্ত ॥
হৰিষে পুত্ৰক পালে নানা বিধিৱতে।
নানা দান কৰে ৰাজা হুয়া হৰষিতে ॥ ৩৪৪২০
পদ্মতো অধিক মুখচন্দ্ৰত প্ৰকাশ।
সেহি হেতু শিশু নাম থৈলা চন্দ্ৰহাস ॥
পঢ়িবাক গুৰু আনি দিলন্ত যতনে।
নপঢ়য় নুশুনয় কৃষ্ণ নাম বিনে ॥ ৩৪৪২১
গুৰুৱে পঢ়াৱে মাত্ৰ বোলে হৰি হৰি।
অনেক প্ৰকাৰে বোলে বচন নধৰি ॥
ৰাজা বিদ্যমানে গৈয়া কহিলা ব্ৰাহ্মণ।
নপঢ়য় শিশু মোৰ নলয়ে বচন ॥ ৩৪৪২২

ভূত প্ৰেত পিশাচে যে পাইছে হেন জানি।
হৰি হৰি পৰে আৰ মুবুলয় বাণী ॥
নৃপতি বোলয় যদি নপঢ়ে ছৱাল।
কি কৰিতে পাৰি তাক থাকক কুশল ॥ ৩৪৪২৩
ভূত প্ৰেত নপাওঁ চিন শিশু শুদ্ধমতি।
বিধিৰ নিৰ্ব্বন্ধ তাৰ আছে কাৰ শক্তি ॥
স্মৰে মাত্ৰ হৰিনাম মনে কৈলা সাৰ।
দুই অক্ষৰত পৰে নোবোলয় আৰ ॥ ৩৪৪২৪
বেদ শাস্ত্ৰ পঢ়িলেক জানিলেক ভেদ।
যত্ন কৰি শিশুৱে পঢ়োক ধনুৰ্ব্বেদ ॥
হৰি ধনু হৰি গুণ হৰি টোণ বাণ।
হৰি বুলি বাণ এৰে কৰিয়া সন্ধান ॥ ৩৪৪২৫
বিষ্ণু ভক্তি পৰায়ণ বীৰ মহাশয়।
পৃথিবীত তাঙ্ক সম নাহি ধনঞ্জয় ॥
হেন শুনি অৰ্জ্জুনে বোলয় ভাবি মনে।
বিষ্ণু বুদ্ধিমানে ধৰ্ম্মৱন্ত পৰায়ণে ॥ ৩৪৪২৬
শুক ভীষ্ম প্ৰহ্লাদ যে প্ৰভৃতি ধৰ্ম্মিক।
চন্দ্ৰহাস বিষ্ণুভক্ত সবাতো অধিক ॥
শুনিতে অদ্ভুত কথা কহ মুনিবৰ।
চন্দ্ৰহাস উপাখ্যান সুধা সমসৰ ॥ ৩৪৪২৭
হৰিৰ নামেসে কৰে সংসাৰ উদ্ধাৰ।
কৃষ্ণ নাম বিনে মোক্ষ নাম নাহি আৰ ॥
হৰি ভাবা হৰি চিন্তা হৰিসে বান্ধৱ।
বোলা হৰি হৰি অন্তে জানিবা মাধৱ ॥ ৩৪৪২৮

পদ

নাৰদে বোলন্ত কথা শুনা ধনঞ্জয়।
চন্দ্ৰহাস চৰিত্ৰ শুনিলে পুণ্য হয় ॥
ষোড়শ বৰিষ যদি ভৈল চন্দ্ৰহাস।
জিনিলা অশেষ বৈৰী কৰিলা বিনাশ ॥ ৩৪৪২৯
পিতৃ আজ্ঞা পাঞ্চৰথী কৰিয়া সঙ্গতি।
ভক্তিবলে আসিলা সকলে বসুমতী ॥
ৰাজাসব জিনিয়া আনিলা বস্ত্ৰ ধন।
গজ বাজী অসংখ্যাত বহুত বাহন ॥ ৩৪৪৩০

স্বৰ্ণ ৰত্ন বিভূষিত পুৰী চন্দ্ৰকান্তি।
বিচিত্ৰ গঢ়ণ যেন দেখি অভ্ৰাৱতী ॥
দানী মানী লোকসব বিষ্ণুত ভকতি।
অধৰ্ম্ম দৰিদ্ৰ নাই যাহাৰ বসতি ॥ ৩৪৪৩১
দিব্য পুৰী শোভে যেন চন্দনাতি নাম।
সৰ্ব্ব গুণৱন্ত যে বিশেষ সেহি স্থান ॥
হৰিনাম বিনে আন নিচিন্তয় লোকে।
চন্দ্ৰহাস প্ৰসাদে নাহিকে দুখ শোকে ॥ ৩৪৪৩২
হেন শুনি সৰ্ব্বজনে কৰয় ব্যাখ্যান।
অনুদিনে চন্দ্ৰহাস ভৈলা বহুমান ॥
নানা ৰাজ্য জিনিয়া আনিলা ধনৰাশি।
তেজে বীৰ্য্যে পূৰ্ণ যেন পূৰ্ণিমাৰ শশী ॥ ৩৪৪৩৩
দেখিয়া হৰিষ ভেল্লা কুলীন্দ নৃপতি।
নানা ৰত্ন দিয়াইলন্ত ধৃষ্টবুদ্ধি প্ৰতি ॥
ধৃষ্টবুদ্ধি মন্ত্ৰী কুলীন্দ কৰতল।
সিকাৰণে তাৰ ভয়ে পলায় সকল ॥ ৩৪৪৩৪
গজবাজী ধন-জন বিচিত্ৰ বসন।
বহুবিধ মণি মুক্তা ৰতন কাঞ্চন ॥
অনুচৰ হাতে দিয়া পঠাৱে নগৰে।
অনুচৰ গৈলা ধৃষ্টবুদ্ধিৰ গোচৰে ॥ ৩৪৪৩৫
গজবাজী ধন ৰত্ন কৰি আগুসাৰ।
প্ৰণামিয়া মন্ত্ৰী আগে কহে সবে চৰ ॥
চন্দ্ৰহাস যুৱৰাজ কুলীন্দ তনয়।
নানা ৰাজ্য জিনিয়া আনিলা গজ হয় ॥ ৩৪৪৩৬
ধন ৰত্ন বিবিধ বসন বহুতৰ।
তযু ডৰে পঠাইলা কুলীন্দ নৃপবৰ ॥
শুনিয়া বিস্ময় মন্ত্ৰী দেখি ৰত্ন ধন।
চলিলা চন্দনাৱতী হুয়া ক্ৰোধমন ॥ ৩৪৪৩৭
পুত্ৰ গৰ্ব্বে কুলীন্দে নেদয় নেদয় মোৰ কৰ।
অপুত্ৰ কুলীন্দ কোথা পালা পুত্ৰবৰ ॥
এহি বুলি মন্ত্ৰী চলে কুলীন্দ ভৱন।
ধৃষ্টবুদ্ধি আগে বোলে তনয় মদন ॥ ৩৪৪৩৮
বিষয়া দুহিতা আছে জানাহা আপুন।
বালক গুচিয়া ভৈলা সম্পূৰ্ণ যৌৱন।
পৰিণয় দিয়ো কন্যা আনি যোগ্য বৰ।
কন্যা ৰত্ন বিহা দিয়া নাৰাখিবা ঘৰ ॥ ৩৪৪৩৯
দোষৰ নিলয় কন্যা স্বামী নাথাকিলে।
হেন দেখি কন্যা বিহা দিয়া মহাবলে ॥
বৃদ্ধ হুয়া দোষ গুণ নুবুজা আপুন।
ৰাজকাৰ্য্য চিন্তা মাত্ৰ বুজা সৰ্ব্বক্ষণ ॥ ৩৪৪৪০
মদনৰ বাক্যে মন্ত্ৰী চিন্তিলেক মনে।
চলিলা চন্দনাৱতী কুলীন্দ ভৱনে ॥
তৃতীয় দিবসে পাইলা কুলীন্দৰ দেশ।
ৰথ পৰিহৰি ভৈলা পুৰীত প্ৰৱেশ ॥ ৩৪৪৪১
তিনি শত ষাঠি যে ছৱাল আছে সঙ্গে।
ক্ৰোধ কৰি পুৰীমধ্যে চলে মহাৰঙ্গে ॥
পুৰীৰ নিৰ্ম্মাণ দেখি মন্ত্ৰীৰ বিস্ময়।
সুৱৰ্ণৰ গৃহ সূৰ্য্যসদৃশ শোভয় ॥ ৩৪৪৪২
কণক পতাকা উৰে চাৰু সুচৰিত্ৰ।
ধন ধানযুক্ত লোক পৰম পৱিত্ৰ ॥
মন্ত্ৰা দেখি কুলীন্দ যে উঠিলা সম্ভ্ৰমে।
পুত্ৰয়ে সহিতে ৰাজা কৰিলা প্ৰণামে ॥ ৩৪৪৪৩
মন্ত্ৰীক আনিয়া দিলা বিচিত্ৰ আসন।
বসি মন্ত্ৰী কুলীন্দত পুছিলা বচন ॥
অপুত্ৰক তুমি পুত্ৰ পাইলাহা কমনে।
শুনিতে অপূৰ্ব্ব শুনিবাক লাগে মনে ॥ ৩৪৩৪৪
ধন ৰত্ন গজ বাজী পঠাইলা আমাৰে।
কিৰূপে জিনিলা ৰাজ্য তোমাৰ কুমাৰে ॥
শুনিয়া কুলীন্দে বোলে মন্ত্ৰীবৰ স্থানে।
ঔৰসে নপাইলো পুত্ৰ পাইলোঘোৰ বনে॥৩৪৪৪৫
মৃগয়া কৰিতে গৈলো পৰ্ব্বত ভিতৰে।
তোমাৰ স্থানক যান্তে কুন্তল নগৰে ॥
কান্দে এহি শিশু দেখি মনে ভৈল খেদ।
কনিষ্ঠ আঙ্গুলি এক হুয়া আছে ছেদ ॥ ৩৪৪৪৬
বামপদ বিষে শিশু কৰন্ত ক্ৰন্দন।
শোণিতে তিন্তিল তনু সুন্দৰ বদন ॥
পৰম সুন্দৰ শিশু বোলে হৰি হৰি।
শুনিয়া আকাশী বাণী লৈয়া আইলো পুৰী॥৩৪৪৪৭

ধনঞ্জন জিনিয়া পঠালো তযু পাশ ।
দৈৱে নাম নিয়মিয়া থৈলা চন্দ্ৰহাস ॥
শুনিয়া বিস্ময় ভৈলা আতি মহাবৰ ।
কেনমতে পঠাইবোহো যমৰ নগৰ ॥ ৩৪৪৪৮
মোৰ পুত্ৰে পালিবাক পাৰে সবে প্ৰজা ।
কুন্তল নগৰে তাৰা নহৈবেক ৰাজা ॥
চন্দ্ৰহাস ৰাজা হৈব কহিলেক মুনি ।
উপায় কৰিয়া আক বধিবো আপুনি ॥৩৪৩৪৯
ইথানে কৰিবে নপাৰিবো কোন কাৰ্য্য ।
উপায় প্ৰকাৰে পঠাই দিবো যমৰাজ ॥
এতেক ভাবিয়া মনে দুষ্ট ধৃষ্টবুদ্ধি ।
হাসিয়া বোলয় পাপী কুলীন্দ সম্বোধি ॥ ৩৪৪৫০
ভাগ্যৰ কাৰণে তুমি পাইলা পুত্ৰবৰ ।
দেখিয়া সন্তোষ আমি ভৈলোহো বিস্তৰ ॥
ধৰ্ম্মৱন্ত শাস্ত্ৰৱন্ত ভক্ত ধনুৰ্দ্ধৰ ।
এহি পুত্ৰে পুষিবেক শুনা নৃপবৰ ॥ ৩৪৪৫১
হৃদয়ে মৰণ চিন্তে মনত হৰিষ ।
মুখত মধুৰ যেন কালকূট বিষ ॥
সেহিদিনা বঞ্চিলেক উতপাত মনে ।
ৰজনী প্ৰভাতে বোলে কুলীন্দৰ স্থানে ॥৩৪৪৫২
চন্দ্ৰহাস পঠাই দিয়ো কুন্তল পুৰীক ।
পত্ৰ লৈয়া শীঘ্ৰে যাউক মদন স্থানক ॥
মন্ত্ৰী বাক্যে কুলীন্দে আনিলা চন্দ্ৰহাস ।
প্ৰণামিয়া মন্ত্ৰীক বসিলা এক পাশ ॥ ৩৪৪৫৩
মন্ত্ৰী বোলে চন্দ্ৰহাস শুনিয়ো বচন ।
পত্ৰ লৈয়া চলা যথা আছয় মদন ॥
সাৱহিতে থাকে যেন চিন্তে ৰাজ কাজ ।
কতো দিনে পাচে আমি যাইবো নিজৰাজ ॥ '৫৪
স্বস্তি বুলি পত্ৰ খান আশীৰ্ব্বাদ লেখে ।
গুপ্তভাৱে লেখে পাপী কেৱেও নেদেখে ॥
যদি মোৰ পুত্ৰ হৱা কুমাৰ মদন ।
বিষ দিয়া চন্দ্ৰহাস মাৰাহা তেখন ॥ ৩৪৪৫৫
ৰাজ্যৰ কণ্টক মোৰ সম্পদৰ বৈৰী ।
হিতপক্ষ চিন্তি মোৰ মাৰা শীঘ্ৰকৰি ॥
ৰূপ গুণ কুলশীল সকলে আছয় ।
বিদ্যাৱন্ত গুণৱন্ত সংগ্ৰমে দুৰ্জ্জয় ॥ ৩৪৪৫৬
পুত্ৰ হুয়া পালা তুমি পিতৃৰ বচন ।
নকৰি অপেক্ষা শীঘ্ৰে লৈয়োক জীৱন ॥
এহি পত্ৰে লেখি দুষ্টে সত্বৰে মণ্ডিলা ।
সোণসূত্ৰ জৰী দিয়া প্ৰবন্ধে বান্ধিলা ॥ ৩৪৪৫৭
পুনু পত্ৰ মণ্ডি দিলা চন্দ্ৰহাস হাতে ।
মদনৰ হাতে দিবা চলিয়ো ত্বৰিতে ।
শীঘ্ৰ কৰি চলি যাই কুন্তলনগৰ ।
সত্বৰে চলিয়া যাৱা তুমি একেশ্বৰ ॥ ৩৪৪৫৮
ঘোটক সহিতে কেহো নোৱাৰে হাঠিতে ।
মনুষ্য সহিতে দুই লোক যাইবে পথে ॥
মন্ত্ৰীৰ বচনে চন্দ্ৰহাস বীৰ চলে ।
বাচি বাচি চতুৰ সেৱক লৈলা তুলে ॥ ৩৪৪৫৯
মন্ত্ৰীক প্ৰণাম কৰি কুলীন্দক বন্দে ।
মাৱ মেধা প্ৰণামিবে গৈলা পুৰীমধ্যে ॥
মাৱক প্ৰণামি চন্দ্ৰহাসে বোলে বাণী ।
মন্ত্ৰীৰ বচনে আমি যাইবো ৰাজধানী ॥ ৩৪৪৬০
কুণ্ডল পুৰক যাইবো মদনৰ স্থানে ।
পত্ৰ দিয়া মন্ত্ৰীয়ে কৰিলা সন্নিধানে ॥
চন্দ্ৰহাস বাক্যে মেধা ভৈলন্ত দুখিত ।
আশীৰ্ব্বাদ কৰি দেবী ভৈলা বিমোহিত ॥ ৩৪৪৬১
শিৰে শিৰে ৰাখোক বদনে নাৰায়ণ ।
বক্ষে হৃষীকেশে জঙ্ঘে ৰাখে জনাৰ্দ্দন ॥
উদৰে মাধৱ ৰাখে কক্ষে নৰহৰি ।
নাভি পদ্মনাভে ৰাখোক বদনে মুৰাৰি ॥ ৩৪৪৬২
বিশ্বম্ভৰে ৰাখিয়োক চৰণ যুগল ।
উপদ্ৰৱ মিলিলেতো সৰ্ব্বত্ৰে কুশল ॥
বিবাহৰ কাৰ্য্য সিদ্ধি কৰোক ভৱানী ।
মোৰ আশীৰ্ব্বাদে বিহা কৰা সুবদনী ॥৩৪৪৬৩
মাৱক বন্দিয়া চলিলেক চন্দ্ৰহাসে ।
ঘোটকত চৰি বীৰ চলিলা হৰিষে ॥
বায়ুবেগে চলে বীৰ ধৰি নানা বেশ ।
এৰাইলন্ত নদী নদ বহু গ্ৰাম দেশ ॥ ৩৪৪৬৪

কুন্তল দেশত মিলিলেক ধনুৰ্দ্ধৰ।
দেখিলন্ত দিব্যপুৰী আতি মনোহৰ ॥
নানা পুষ্প বিকশিত গুঞ্জৰে ভ্ৰমৰে।
কমল কুমুদ ফুলি আছে সৰে'বৰে ॥ ৩৪৪৬৫
ঘাট বাট নিৰ্ম্মি আছে ফটিক পাথৰে।
হংস চক্ৰবাক চৰে জলৰ ভিতৰে ॥
ধনে ধান্যে বিভূষিত সকলে নগৰী।
অমৰাৱতী শোভে যেন ইন্দ্ৰৰ যে পুৰী ॥৩৪৪৬৬
সৰে'বৰ জলে স্নান কৰিলা কুমাৰ।
ফলমূল আদি কৰি কৰিলা আহাৰ ॥
নানা পুষ্পে হৰি পূজি কিছু খাইলা শেষে।
বৃক্ষমূলে নিদ্ৰা গৈলা অশ্ব বান্ধি পাশে ॥৩৪৪৬৭
বিশ্ৰাম কৰিয়া বীৰ শুতি বটমূলে।
মন্ত্ৰীসুতা বিষয়া মিলিলা হেনকালে ॥
ত্ৰৈলোক্য মোহিনী কন্যা পৰমা সুন্দৰী।
সখীগণ সঙ্গে কৰি জলক্ৰীড়া কৰি ॥ ৩৪৪৬৮
আনিয়া কমল পুষ্প পূজে হৰগৌৰী।
সখী সঙ্গে নিজপুৰী চলিলা সুন্দৰী ॥
বধমূলে পুৰুষেক দেখিলা তেখন।
পূৰ্ণ শশধৰ যেন কৰিছে শয়ন ॥ ৩৪৪৬৯
অচেতনে নিদ্ৰা যায় সুন্দৰ বদন।
সুবৰ্ণ পুতলি যেন কমললোচন ॥
উন্নত নাসিকা শোভে শ্ৰীখণ্ড ললাটে।
অলক কৰিছে অঙ্গ বৃক্ষমূল বাটে ॥ ৩৪৪৭০
ভ্ৰুৰযুগ উন্নত আজানু বাহু দুই।
দেখিয়া সুন্দৰী ৰামা কামে মোহ হুই ॥
ৰুণুজুনু নূপুৰ বাজয় আতিশয়।
শব্দ শুনি কুমাৰ কিবা জাগিয়া উঠয় ॥ ৩৪৪৭১
আকুল হৃদয় কন্যা চিত্ত নহে থিৰ।
চন্দ্ৰহাস সমীপ চাপিলা ধীৰে ধীৰ ॥
সখীগণ সঙ্গ এৰি চাপিলা সমীপ।
পূৰ্ণ শশধৰ যেন আৰ জ্বলে দীপ ॥ ৩৪৪৭২
দুহানো শৰীৰ কান্তি কৰিছে প্ৰকাশ।
ধীৰে ধীৰে বিষয়া বিদগ্ধ চন্দ্ৰহাস ॥
মদমত্ত হস্তীকাষে দেখিয়া হস্তিনী।
নূপুৰ এৰিয়া চলে হংসৰ গমনী ॥ ৩৪৪৭৩
শ্ৰীমন্ত উজ্জ্বল দেহা সৰ্ব্বগুণনিধি।
ইহেন পুৰুষ যেন হৰে দৈৱ বিধি ॥
স্বামী ভাৱে হৃদয়ত ভাৱে সুবদনী।
গঞ্চলে বান্ধিলা দেখে শিৰে পত্ৰ খানি ॥৩৪৪৭৪
নিশব্দে খসাইয়া পত্ৰ চাৱে নাৰীবৰ।
পঢ়ি দেখে পত্ৰে আছে পিতৃৰ অক্ষৰ ॥
স্বস্তি বুলি মদনক দিয়া আশীৰ্ব্বাদ।
এৰাৰ্য্য কৰাহা পুত্ৰ নহন্তে প্ৰমাদ ॥ ৩৪৪৭৫
চন্দ্ৰহাস নাম আৰ গুণৰ সাগৰ।
মোৰ বৰ বৈৰী এই কুলীন্দ কোৱৰ ॥
কুলশীল বিদ্যাত অধিক মহাশয়।
যদি হিত চিন্তা বিষ দিয়া প্ৰাণ লয় ॥ ৩৪৪৭৬
ৰাজ্য ধন জন পুত্ৰ যদি চাৱা ৰক্ষা।
বিষ দিয়া মাৰিবাহা নকৰি উপেক্ষা ॥
পত্ৰ পঢ়ি সুন্দৰী বিস্ময় ভৈলা মন।
সখীগণ সম্বোধিয়া বুলিলা বচন ॥ ৩৪৪৭৭
পিতৃ মোৰ নিকৰুণ নিৰ্দ্দয় হৃদয়।
কৰিবতে কদাচাৰ দুষ্ট আতিশয় ॥
ইহেন সুন্দৰ বীৰবৰ সুকুমাৰ।
কেনমতে প্ৰাণ লৈবে বুলিলা ইহাৰ ॥ ৩৪৪৭৮
পৃথিবীত নাহি হেন দুষ্ট পাপমতি।
পৰম দাৰুণ বাপ বৰ দুষ্ট আতি ॥
হেন পুৰুষৰ কেনে লৈবে খোজে প্ৰাণ।
বিধাতায়ে দিলে কেনে হেন পাপ জ্ঞান ॥৩৪৪৭৯
এহি প্ৰাণনাথ মোৰ যজ্ঞ ধৰ্ম্মবৰ।
বিধি যদি কৰে মনোৰথ সিদ্ধি মোৰ ॥
অভিনৱ কামদেৱ সুন্দৰ শৰীৰ।
ধৰ্ম্মৱন্ত গুণৱন্ত প্ৰকৃতি গম্ভীৰ ॥ ৩৪৪৮০
হেন বৰ পায়া তৈতে মোক দিয়ে বিহা।
প্ৰাণ লৈবে পুত্ৰস্থানে পঠাইছে লেখিয়া ॥
সেহি পত্ৰ খণ্ড খণ্ড কৰিয়া সুন্দৰী।
বিধিৱতে পত্ৰ লিখে উল্লোসিত কৰি ॥ ৩৪৪৮১

চন্দ্ৰহাস নাম আৰ কুলীন্দ নন্দন।
ধৰ্ম্ম গুণশীল বীৰ বিষ্ণুপৰায়ণ ॥
কুলশীল ৰূপে গুণে সকলে আছয়।
মোৰ বৰ হিতপক্ষ কুলীন্দ তনয় ॥ ৩৪৪৮২
যদি হিত চিন্তা পুত্ৰ আত্ম উপকাৰ।
বিষয়াক বিহা দিয়া ৰাখিয়ো কুমাৰ ॥
পুত্ৰ হুয়া পিতৃবাক্য পালিয়ো সুজান।
ধৰ্ম্মহেতু নলজ্জিবা আমাৰ বচন॥ ৩৪৪৮৩
যৌৱন ভৈলন্ত কন্যা আপুনে জানিয়া।
চন্দ্ৰহাস স্থানে দেহ বিষয়াক বিয়া ॥
মোৰ সম পৰাক্ৰম গুণৰ সাগৰ।
তোৰ সখা অনুবল কন্যা যোগ্য বৰ ॥ ৩৪৪৮৪
যত্ন কৰি পঠাইলোহো পায়া মাত্ৰ দেখা।
পালে মাত্ৰ দিবা বিহা নকৰি অপেক্ষা ॥
পত্ৰ লেখি মুদিলেক পূৰ্ব্বৰ প্ৰকাৰে।
অলক্ষিতে থৈলা কন্যা কুমাৰৰ শিৰে ॥ ৩৪৪৮৫
নূপুৰ চৰণে দিয়া কৰিলা গমন।
পুৰে প্ৰবেশিলা গৈয়া হৰিষ বদন ॥
পদ্ম পুষ্পে ৰবি পূজা কৰিলা বিস্তৰ।
ভক্তিভাৱে পূজা কৰে দেৱ দিবাকৰ ॥ ৩৪৪৮৬
বৰ দিয়া চন্দ্ৰহাস স্বামী হৌক মোৰ।
আন বৰ নমাগোহো তোমাৰ গোচৰ ॥
পুনু পুনু কৰযোৰে প্ৰণাময় নাৰী।
সূৰ্য্য আগে বৰমাগে আৰাধনা কৰি ॥ ৩৪৪৮৭
নিদ্ৰা হন্তে উঠি তথা কুলীন্দ নন্দন।
নয়নত জল দিয়া আঞ্চলে মছয় ॥
কপূৰ্ৰ তাম্বুল দিয়া মুখে বীৰবৰ।
পত্ৰ লৈয়া চৰিলেক ঘোৰাৰ উপৰ ॥ ৩৪৪৮৮
শীঘ্ৰকৰি দ্বাৰে আসি ভৈলা উপসন্ন।
দ্বাৰীগণে দেখি তাক বুলিলা বচন ॥
বাৰ্ত্তা কহা গৈয়া দ্বাৰী মদন গোচৰ।
পত্ৰ দিয়া আমাক পঠাইলা মন্ত্ৰীবৰ ॥ ৩৪৪৮৯
চন্দ্ৰহাস নাম মোৰ কুলীন্দকুমাৰ।
পত্ৰ লৈয়া আসি আছো তোমাৰ দুৱাৰ ॥

এহি শুনি দ্বাৰী পাছে কৰিলা গমন।
অভ্যন্তৰে গৈলা যথা বসিছে মদন ॥৩৪৪৯০
ইতিহাস পুণ্য কথা শুনয় মদন।
নানা শাস্ত্ৰ পুৰাণ পঢ়য় তাৰ স্থান ॥
হৰিগুণ পঢ়ে আৰ নকৰে বিচাৰ।
হৰি গাৱে হৰি ভাবে হৰি মাত্ৰ সাৰ ॥ ৩৪৪৯১
বামপাশে আছে যত যত প্ৰজাগণ।
দক্ষিণে হৰিষে আছে ভাট যে ব্ৰাহ্মণ ॥
পৰবাসী পৰদেশী দেশ দেশান্তৰী।
মদনক আশীৰ্ব্বাদ স্তুতি নতি কৰি ॥ ৩৪৪৯২
হেন বেলা দ্বাৰী বোলে যুৰি দুইকৰ।
মন্ত্ৰীশ্ৰেষ্ঠ মন্ত্ৰী তুমি ৰাজমন্ত্ৰীবৰ ॥
পত্ৰ দিয়া পঠাইছে কুলীন্দ পুত্ৰ হাতে।
চন্দ্ৰহাসে পত্ৰ লৈয়া মিলিলা দ্বাৰতে ॥ ৩৪৪৯৩
কোন হেতু আসি আছে নিৰ্ণয় নজানি।
পৰম বৈষ্ণৱ চন্দ্ৰহাস নৃপমণি ॥
কোন আজ্ঞা হোৱে প্ৰভু চন্দ্ৰহাস প্ৰতি।
নিবেদিবে আইলো প্ৰভু তোমাৰ সঙ্গতি ॥৩৪৪৯৪
হেন শুনি মদন উঠিলা তেতিক্ষণ।
সম্ভ্ৰমে মিলিলা চন্দ্ৰহাসৰ সদন ॥
সভাসদ সঙ্গে কৰি বিপ্ৰগণ তুলে।
চন্দ্ৰহাসে দেখি প্ৰণামিলা কৌতুহলে ॥ ৩৪৪৯৫
ভক্তিভাৱে বীৰবৰ পৰম সাদৰে।
অনুবৰ্ত্তি আপুনি নিলন্ত অভ্যন্তৰে ॥
সাদৰ কৰিয়া দিলা বিচিত্ৰ আসন।
জিজ্ঞাসিলা কোন হেতু ঐক আগমন ॥৩৪৪৯৬
কুলীন্দৰ কুশলক পুছে বাৰম্বাৰ।
কুলীন্দৰ মহাদেৱী কুশল মেধাৰ ॥
মন্ত্ৰীৰ কুশল কহা শুনো বীৰবৰ।
কোন কাৰ্য্যে আসি আছা আমাৰ গোচৰ ॥৩৪৪৯৭
চন্দ্ৰহাসে বোলে আমি কি কৈবো বচন।
তোমাৰ বাপৰ পত্ৰ পঢ়িয়ো এখন ॥
পিতৃৰ কুশল প্ৰজাগণ সমন্বিত।
মেধাৰ কুশল নাৰীগণৰ সহিত ॥ ৩৪৪৯৮

পত্ৰ পঢ়ি বুজিবাহা সকলে সম্বাদ।
তোমাক দেখিয়া মনে মিলিল আহ্লাদ ॥
পত্ৰ খানি হাতে লৈয়া কুলীন্দ তনয়।
পত্ৰ পঢ়ি মদনৰ ভৈলন্ত বিস্ময় ॥ ৩৪৪৯৯
পাত্ৰ পুৰোহিত জ্ঞাতি কৰি সমুদিত।
পত্ৰ পঢ়ি যুক্তি কৰে সবাৰ সহিত ॥
বিষয়াক বিহা দিয়ো চন্দ্ৰহাস স্থানে।
নিমিষেক বিলম্বক নকৰি মদনে ॥ ৩৪৫০০
দোষ গুণশীল কিছু নকৰি বিচাৰ।
যোগ্য বৰ আমি বুজি আছোহো ইহাৰ ॥
প্ৰকাৰে মিলিল বৰ বিধিৰ লিখিত।
ভুবন দুৰ্ল্লভ বৰ মিলে আচম্বিত ॥ ৩৪৫০১
মন্ত্ৰীৰ প্ৰধান মন্ত্ৰী তোমাৰ জনক।
যোগ্য কন্যা দেখি মন্ত্ৰী পঠাইলা বৰক ॥
যেন বৰ তেন কন্যা মিলাইলা বিধাতা।
কন্যাৰ যৌৱন দেখি মন্ত্ৰী পাইলা চিন্তা ॥৩৪৫০২
সিকাৰণে পত্ৰ দিয়া পঠালন্ত বৰ।
বিলম্ব নকৰি বিহা দিয়োক সত্বৰ ॥
সবাৰে সম্মতি লৈয়া মদন সুজান।
দৈৱজ্ঞ আনিয়া কৰিলন্ত শুভলগ্ন ॥ ৩৪৫০৩
শুক্লপক্ষ মহাযোগ মাহিন্দ্ৰী কপাল।
চন্দ্ৰহাস স্থানে বিষয়াক বিহা দিল ॥
বজাৰে ব্যাল্লিশ বাদ্য আনন্দ উৎসৱ।
পৰম হৰিষে ৰঙ্গ কৰে লোকসব ॥ ৩৪৫০৪
নৃত্য গীত কৌতুক কৰয় বেশ্যাগণ।
তোষিলেক নট ভাট যতেক ব্ৰাহ্মণ ॥
তথাত চন্দনাৱতী ধৃষ্টবুদ্ধি হস্তে।
দণ্ড কৰি কুলীন্দক বিত্ত লৈলা কষ্টে ॥৩৪৫০৫
অনেক দুৰ্গতি কৰি দণ্ড কৈলা তাকে।
বন্দী কৰি মাৰিলা শিলাক কৰি বুকে ॥
ধন ৰত্ন বসন লুৰিলা বহুতৰ।
প্ৰচণ্ড দাৰুণ বীৰ অধম বৰ্ব্বৰ ॥ ৩৪৫০৬
দান কীৰ্ত্তি কৰ তই মোৰ ধন দিয়া।
হেন ৰাজ্য ভুঞ্জা তুমি আমাক ভাণ্ডিয়া ॥
দানী মানী নাম লোৱা মোৰ অধিকাৰে।
হেনমতে কুলীন্দক গৰ্জ্জিলা আপাৰে ॥ ৩৪৫০৭
ধনৱন্ত যত লোক কৰিলন্ত দণ্ড।
নৃপতি প্ৰভৃতি লোক কৰে লণ্ড ভণ্ড ॥
কুলীন্দক বন্দী কৰি সঙ্গতি কৰিয়া।
চলিলা কুন্তলপুৰী ধন ৰত্ন লৈয়া ॥ ৩৪৫০৮
চণ্ডালক সম্বোধিয়া বুলিলা বচন।
দিন ৰাত্ৰি মধ্যে মোক নিয়ো সৰ্ব্বজন ॥
প্ৰসাদ দিলেক সবে চণ্ডালক প্ৰতি।
তিনিশত ষাঠি চণ্ডাল প্ৰচণ্ড যে আতি ॥ ৩৪৫০৯
শীঘ্ৰবেগে ধায়া আইলা কুন্তলপুৰীত।
পুৰী মধ্যে প্ৰবেশিয়া দেখে আচম্বিত ॥
বহুবিধ বিপ্ৰগণে আশীৰ্ব্বাদ কৰে।
ভাগ্যৱন্ত মন্ত্ৰী তুমি মন্ত্ৰীৰ ভিতৰে ॥ ৩৪৫১০
তোমাৰ প্ৰশংসা ঘোষে সকলে সংসাৰে।
বিষ্ণুভক্ত চন্দ্ৰহাস ভৈলা জামাতাৰে ॥
ভাগ্যৱন্ত বৰ তুমি কন্যা ভাগ্যৱতী।
তাৰ ফলে পাইলা চন্দ্ৰহাস হেন পতি ॥ ৩৪৫১১
এহি শুনি মন্ত্ৰী পাচে বিকট বদন।
ভয়ে পলায় বিপ্ৰগণ নাৰহে সদন ॥
পুৰে প্ৰবেশিয়া দেখে বিবাহৰ সাজ।
চন্দ্ৰতাপ কদলী ৰুইছে পুৰামাজ ॥ ৩৪৫১২
নট ভাট বাদ্য ভাণ্ড আশেষ সুন্দৰী।
বাদ্য ভাণ্ড বাৱে ৰঙ্গে নানা ক্ৰিয়া কৰি ॥
মদনক দেখি কোপ কৰি আতিশয়।
ভ্ৰূকুটি কুটিল মুখ দেখি লাগে ভয় ॥ ৩৪৫১৩
কি কৰিলি দুষ্ট পুত্ৰ অনিষ্ট পাপিষ্ঠ।
হৃদয়ে নসহে মোৰ দেখিয়া অনিষ্ট ॥
বিষ দিয়া চন্দ্ৰহাস লৈবাহা পৰাণ।
পত্ৰ লেখি পঠাইলো তই দুষ্ট স্থান ॥ ৩৪৫১৪
মোৰ প্ৰাণ বৈৰী এহি পঠালো লেখিয়া।
তাতে পুনু তই দেখো কন্যা দিলি বিয়া ॥
পুত্ৰ হুয়া লঙ্ঘ তই আমাৰ বচন।
পুত্ৰ যদি নহে পেশো যমৰ ভুৱন ॥ ৩৪৫১৫

মদনে বোলয় আৰে মোত দোষ নাই।
কৰিলোহো কাৰ্য্য মই তযু পত্ৰ চাই ॥
পত্ৰ আনি দিলা পুত্ৰে পিতৃৰ গোচৰ।
দেখিলেক মন্ত্ৰী পঢ়ি আপোন অক্ষৰ ॥ ৩৪৫১৬
মদনে বোলয় তাঙ্ক কৰি তুতি নতি।
তযু আজ্ঞা লঙ্ঘিবাক মোৰ নাহি শক্তি ॥
পত্ৰ চাই কাৰ্য্য কৈলো তাতে কৰা বোষ।
পত্ৰ পঢ়ি মোক তুমি দিয়া গুণ দোষ ॥ ৩৪৫১৭
পত্ৰ পঢ়ি মন্ত্ৰীগণে সম্মতিক লৈয়া।
পত্ৰ পঢ়ি চন্দ্ৰহাস স্থানে দিলো বিয়া ॥
পত্ৰ পঢ়ি মন্ত্ৰীৰ বিস্ময় ভৈলা মন।
অধোমুখে ৰহিলেক বিবৰ্ণ বদন ॥ ৩৪৫১৮
বুজিতে নপাৰি আমি বিধিৰ চৰিত্ৰ।
মুনিৰ বচন ব্যৰ্থ নহে কদাচিত ॥
আচোক মাৰিবো তাঙ্ক কন্যা দিলা বিয়া।
পুত্ৰস্থানে পঠাইলো মাৰিবে পত্ৰ দিয়া ॥ ৩৪৫১৯
কিৰাতৰ হাতে দিয়া পঠাইলো বনক।
প্ৰতীত আনিয়া মোক সিয়া ভাণ্ডিলেক ॥
কুলীন্দে হে পাইলে বৰ অৰণ্যে আসিয়া।
বধিবে নপাৰি মই এতেক কৰিয়া ॥ ৩৪৫২০
কোন বুদ্ধি মোক দুখ দিলা হেন কৰি।
এতেক কৰিয়া মাৰিবাক নৱো বৈৰী ॥
বিষয়াৰ বিহা নহে হৈবেক বিধৱা।
কোন বিধি মোৰ আছে বিড়ম্বনা হুয়া ॥ ৩৪৫২১
অৰণ্যে পঠাইবো আক যমৰ নগৰী।
এহি বুলি ধৃষ্টবুদ্ধি বৰ পাপকাৰী ॥
আদেশে চণ্ডালগণ কষ্ট মন কৰি।
দুষ্টজন মনশান্ত কৰিবাক নৰি ॥ ৩৪৫২২
যতেক চণ্ডালগণ সবাকে আনিল।
তৰ্জ্জিয়া তাহাঙ্ক বহুবিধ গালি দিল ॥
একবাৰ শিশু দিয়া পঠাইলো বনক।
আঙ্গুলি আনিয়া সবে ভাণ্ডিলিহি মোক ॥ ৩৪৫২৩
এহিৰূপে পূৰ্ব্বে আসি ভাণ্ডিলিহি মোক।
সগোত্ৰ সহিতে আমি কাটিবোহো তোক ॥
আপুনাৰ হিত যদি ৰাখিবি আপুন।
কিবা ভ্ৰাতৃ কিবা পুত্ৰ কিবা প্ৰজাগণ ॥ ৩৪৫২৪
এহিবুলি কিৰাতক কৰি সত্যপণ।
চণ্ডীগৃহে পঠাইবোহো বোলে দুষ্টজন ॥
পাইলেক মন্ত্ৰীৰ আজ্ঞা চলিল কিৰাত।
মুদ্গৰ মুষল লৈয়া চণ্ডীৰ গৃহত ॥ ৩৪৫২৫
চণ্ডিকা গৃহত ৰহিলেক গুপ্ত হুয়া।
জ্ঞান বিবৰ্জ্জিত সবে অমদ্যক খায়া ॥
চণ্ডালক পঠাই মন্ত্ৰী বসিয়া নিৰ্জ্জনে।
চন্দ্ৰহাস আইলা সন্তাষিতে সাৱধানে ॥ ৩৪৫২৬
অষ্টাঙ্গে প্ৰণাম কৈলা শশুৰ চৰণে।
দেখি ধৃষ্টবুদ্ধি তাঙ্ক দিলেক আসনে ॥
মধুৰ কৰিয়া মাতে মন্ত্ৰীবৰ পাপ।
সত্বৰে চণ্ডিকা পূজা কৰা গৈয়া বাপ ॥ ৩৪৫২৭
বিনয় কৰিয়া বোলে মধুৰ বচন।
পূজা দ্ৰব্য লৈয়া চলা চণ্ডিকা ভবন ॥
সন্ধ্যাকালে চলা বাপ পূজিতে ভৱানী।
একেশ্বৰে যায়ো বাপ চলিয়ো আপুনি ॥ ৩৪৫২৮
শশুৰৰ আজ্ঞায়ে চলিলা চন্দ্ৰহাস।
নজানে শশুৰে তাৰ চিন্তয়ো বিনাশ ॥
সুগন্ধ চন্দন ধূপ দীপ লৈয়া হাতে।
নানা পুষ্প লৈয়া বীৰ চলিলা ত্বৰিতে ॥ ৩৪৫২৯
উত্তম কদলী লৈলা নৈবেদ্যৰ সাজ।
সন্ধ্যাকালে চলে বীৰ যেন মত্তগজ ॥
তথাত কুন্তলপুৰে নৃপতি মহন্ত।
গালৱ মুনিৰ স্থানে হৰিষে পুছন্ত ॥ ৩৪৫৩০
শুনা শুনা মুনিবৰ ধীৰ মহাশয়।
কেনমতে তৰিবোহো যম মহাভয় ॥
অসাৰ সংসাৰ দেখি ত্যাগি সবে ৰাজ।
তপ ধৰ্ম্ম সাধিয়া থাকিবো বনমাজ ॥ ৩৪৫৩১
স্ত্ৰীসব ধন জন সকলে ত্যাজিবো।
হৰি পৰে গতি নাহি হৰিক ভজিবো ॥
জীৱন যৌৱন ধন সবে যে বিফল।
পদ্মপত্ৰে জল যেন কৰে টলবল ॥ ৩৪৫৩২

হাসিয়া গালৰে বোলে শুনা নৃপবৰ ।
ধৰ্ম্মশাস্ত্ৰ কহো শুনা তোমাৰ গোচৰ ॥
যি কিছু কহিলো ৰাজা সবে সত্যবাণী ।
পশুবুদ্ধি যেহি নৰ কিছুৰে নজানি ॥ ৩৪৫৩৩
যোগী যোগেশ্বৰে জানে আপুন মৰণ ।
পশুবুদ্ধি যেহি নৰ পাপে বুৰে মন ॥
আকাশৰ বৃষ্টি নেদেখয় অৰুন্ধতি ।
যমপুৰে যায় সেহি বৰিষেক প্ৰতি ॥ ৩৪৫৩৪
সুৱৰ্ণৰ গোধিকা নেদেখয় ধূম্ৰাকাৰ ।
একাদশ মাস পুনু আয়ু আছে তাৰ ॥
সূৰ্য্যৰশ্মি বিশ্ববহ্নি দৃষ্টি নাহি পুৰে ।
দশ মাসে যাই সেহি যমৰ নগৰে ॥ ৩৪৫৩৫
ধান্যক্ষেত্ৰ পুৰি বিত্ত সুৱৰ্ণ যে ধন ।
সাক্ষাতে নেদেখে সেহি স্বপ্নে দেখে আন ॥
দশমাস জীয়ে সেহি যমপুৰে যায় ।
ইহাত অধিক আয়ু কেৰে নাহি পায় ॥৩৪৫৩৬
গন্ধৰ্ব্ব পিশাচ প্ৰেত দেখে ৰুদ্ৰপুৰী ।
স্বপ্নে দেখে অশ্বপৃষ্ঠে আৰোহণ কৰি ॥
নৱ মাস থাকি যায় যমৰ সদন ।
সত্যে কহিলোহো মই শুনিয়ো ৰাজন ॥৩৪৫৩৭
স্থুল কৃষ্ণ কৃষ্ণস্থুল দেখে যেই জন ।
অষ্ট মাস থাকি যায় যমৰ ভুৱন ॥
পঙ্ক ধূলি মধ্যত নাৰহে পদচিহ্ন ।
সপ্তমাস জীয়ে সেহি নহৰে প্ৰবীণ ॥ ৩৪৫৩৮
কোপত গৃধ্ৰিনী কঙ্ক উলুকা বায়সে ।
মাথাৰ উপৰে যদি উৰায় আকাশে ॥
যক্ষ ৰাক্ষস স্বপ্নে দেখে যেহিজন ।
সপ্তমাস জীয়ে সেহি শুনিয়ো ৰাজন ॥ ৩৪৫৩৯
চাৰিমাস জীয়ে সেহি কহিলো সত্বৰ ।
স্বৰূপে কহিলো কথা শুনা নৃপবৰ ॥
দক্ষিণে নেদেখে মেঘ নেদেখে বিদ্যুত ।
দক্ষিণত ইন্দ্ৰধনু দেখে আচম্বিত ॥ ৩৪৫৪০
দুই মাস জীয়ে সেহি কহিলো নিশ্চয় ।
ঘৃত তৈল জলে ছায়া যিবা নেদেখয় ॥
অৰ্দ্ধ মাসে মৃত্যু তাৰ শুনা নৃপবৰ ।
অৰ্দ্ধমাস অন্তৰে যে যায় যমঘৰ । ॥ ৩৪৫৪১
অস্থিময় অঙ্গ যাৰ ঘোৰ অন্ধকাৰ ।
যমপুৰে যায় সেহি কহিলোহো সাৰ ॥
হৃদিপদ্ম সূক্ষ্ম যাৰ স্নানৰ সময় ।
তৃষা যুক্ত হুয়া যেহি জলাঞ্জলি খায় ॥ ৩৪৫৪২
দশ দিন জীয়ে সেহি শুনা নৰপতি ।
ধ্ৰুৱ মুখ হৰে সেহি কহিলো বেকতি ॥
ৰক্তপুষ্প বস্ত্ৰ পিন্ধি স্বপ্নে নাৰীগণ ।
নৃত্যগীতে দক্ষিণক নেই যেহিজন ॥ ৩৪৫৪৩
নিকটে মৰণ তাৰ শুনিয়ো ৰাজন ।
দ্বাদশ দিবসে যাই যমৰ ভুৱন ॥
নিশাকালে নাঙ্গঠ সন্ন্যাসী দেখে স্বপ্নে ।
সত্যে সত্যে মৃত্যু তাৰ হৱয় তেখনে ॥ ৩৪৫৪৪
স্বপ্নে পঙ্কমধ্যে শিৰ দেখে পৰিমাণ ।
মাথা শিৰ আঙ্গাৰে ভাষয় যেহি জন ॥
দশ দিন মধ্যে তাৰ অৰণ্যে মৰণ ।
সত্যে সত্যে ৰাজা মই কহিলো কথন ॥ ৩৪৫৪৫
কৃষ্ণবৰ্ণ পুৰুষেক দেখে অন্ধকাৰ ।
কৰয় বিকট দান্তে হাতে অস্ত্ৰধৰ ॥
এমতে পুৰুষে গৈয়া স্বপ্নে ডাকে যাৰ ।
আপোন বচন নুশুনয় যিবা নৰ ॥ ৩৪৫৪৬
দেৱ দ্বিজ গুৰু পূজা নকৰে পাপিষ্ঠ ।
জ্ঞাতিহিংসা পৰহিংসা কৰে যেহি দুষ্ট ॥
মাতা পিতা নামানে নকৰে সদ কাজ ।
যোগী সিদ্ধ মহাজন কৰে মাত্ৰ বাজ ॥ ৩৪৫৪৭
সন্ন্যাসী তপস্বী পৰদেশী পৰবাসী ।
নকৰি অতিথি পূজা মনে কৰি হাসি ॥
দান ধ্যান নকৰয় হৰয় পৰবিত্ত ।
মঠ যে মণ্ডপ দৌল ভাঙ্গে পৰকৃত্য ॥ ৩৪৫৪৮
যশ কীৰ্ত্তি শ্ৰীহৰে আয়ু হোৱে নাশ ।
কহিলো নৃপতি মই কৰিয়া প্ৰকাশ ॥
চিন্তিয়া পৰম পদ পায়ে যোগীগণ ।
ধ্যান কৰি বসি যিবা চিন্তে নাৰায়ণ ॥ ৩৪৫৪৯

যোগক চিন্তিয়া মৃত্যু এৰাইলা বাল্মীকে।
ৰলি ব্যাস আদি যোগ ভাবিয়া জনকে ॥
যোগ পৰে বস্তু নাহি কহিলো নিশ্চয়।
যাক লাগি হৈব প্ৰভু প্ৰাণ পৰিচয় ॥ ৩৪৫৫০
হৃদয়কমলে যিবা চিন্তে নাৰায়ণ।
লোভ মোহ ছাৰি যিবা চলি যায় বন ॥
সবে পৰিহৰি ৰাজা যোগ ভাব মনে।
যোগ পৰে বস্তু নাই ইতিনি ভুৱনে ॥ ৩৪৫৫১
আপোন শৰীৰে হৰি হৈব পৰিচয়।
আয়ু বৃদ্ধি পাপক্ষয়-মনৰ নিশ্চয় ॥
হেন জানি যোগ চিন্তা তুমি মহাশয়।
নাৰদে বোলয় কথা শুনে ধনঞ্জয় ॥ ৩৪৫৫২
গালৱে কহিলা যত যুগধৰ্ম্ম নয়।
কেনমতে যোগ ভাবে কহা মহাশয় ॥
ৰাজ্য এৰি কুন্তলাধিপতি ভাবে মনে।
ৰাজ্য সমৰ্পিবো কাত কহা মোৰ স্থানে ॥৩৪৫৫৩
গালৱে বোলয় তযু নাহিকয় সুত।
চন্দ্ৰহাস ৰাজা কৰা ৰাজ্যত পূজিত ॥
শান্তধৰ্ম্ম দাতাৱন্ত পুণ্যধৰ্ম্ম সাৰ।
তান হাতে সমৰ্পিয়ো সবে ৰাজ্যভাৰ ॥ ৩৪৫৫৪
বিষ্ণুভক্ত বীৰ প্ৰজা কৰিব পালন।
নাহি হিংসা লোভ পৰবস্তু ধন জন ॥
মুনিৰ বচনে ৰাজা ভাবিলেক মনে।
চন্দ্ৰহাস সম দাতা নাহি ত্ৰিভুৱনে ॥ ৩৪৫৫৫
তাতে কন্যা বিহা দিয়া সমৰ্পিয়ো ৰাজা।
হৃদয়ে ভাবিয়া ৰাজা কৰিলেক কাৰ্য্য ॥
সেহিবেলা মদনক দেখি নৃপবৰ।
হাসিয়া বোলয় শুনা মন্ত্ৰণা ঈশ্বৰ ॥ ৩৪৫৫৬
তোমাৰ ভগিনা জামাতাৰ চন্দ্ৰহাস।
দেখিবাক লাগি তাঙ্ক আনা মোৰ পাশ ॥
কেনৰূপ চন্দ্ৰহাস দেখিবো আপুনে।
শীঘ্ৰ কৰি লৈয়া আসা আমাৰ বচনে ॥ ৩৪৫৫৭
গতে মাত্ৰে আনিবা বিলম্ব নাহি কৰি।
ধাৰ্ম্মিক দেখিলে পাপ যায় পৰিহৰি ॥
নৃপতিৰ আদেশে চলিলা চৰি হয়।
শীঘ্ৰগতি চলি যায় মন্ত্ৰীৰ তনয় ॥ ৩৪৫৫৮
সন্ধ্যা সময়ত তথা সূৰ্য্য অস্টাঙ্গতে।
চন্দ্ৰহাস মদনেও দেখা পালা পথে ॥
পূজাৰ বিবিধ দ্ৰব্য গন্ধ পুষ্প কৰে।
ভৱানী পূজিবে লাগি যায় একেশ্বৰে ॥ ৩৪৫৫৯
মদনে দেখিয়া তেবে পুছিলা তেখনে।
একেশ্বৰে চন্দ্ৰহাস যাৱা কোন স্থানে ॥
চন্দ্ৰহাসে বোলে যাওঁ মন্ত্ৰীৰ বচনে।
চণ্ডিকা পূজিবে যাওঁ চণ্ডিকা ভৱনে ॥ ৩৪৫৬০
মদনে বোলয় শুনা ৰাজা বিদ্যমানে।
তোমাৰ প্ৰীতিৰ কাৰ্য্যে পূজিবো আপুনে ॥
নৃপতি দেখিবে লাগি পঠাইলা তোমাৰে।
শীঘ্ৰ কৰি চলি যাৱা ৰাজাৰ গোচৰে ॥ ৩৪৫৬১
হেন শুনি চন্দ্ৰহাস চলিলা সত্বৰ।
মদনক দিলা যত নৈবেদ্য পূজাৰ ॥
মদনৰ অশ্বে চৰি কৰিলা গমন।
কুন্তলৰ আগে গৈয়া ভৈলা উপসন্ন ॥ ৩৪৫৬২
নমস্কাৰ কৰিলেক নৃপতি চৰণে।
বসিয়া ৰহিলা বীৰ হৰি ভাবি মনে ॥
কুন্তলে বোলয় শুন চন্দ্ৰহাস বীৰ।
সুধন্বা সদৃশ বীৰ প্ৰতাপ শৰীৰ ॥ ৩৪৫৬৩
গালৱৰ বাক্যে আমি চলি যাওঁ বনে।
ৰাজ্যভাৰ এৰি মই চলিলো আপুনে ॥
হৰিক চিন্তিবে লাগি চলিলো বনক।
বৃদ্ধকালে ৰাজ্যভোগ জানিবা নৰক ॥ ৩৪৫৬৪
ধন জন ৰাজ্যভাৰ সবে প্ৰজাগণ।
সকলে ত্যজিলো মই ৰজত কাঞ্চন ॥
সবে সমৰ্পিলো মই তযু ভুজবলে।
এহি ৰাজ্যে ৰাজ্যভোগ কৰা কৌতুহলে ॥৩৪৫৬৫
মালিনী কুমাৰী আছে আমাৰ দুহিতা।
তযুস্থানে বিহা দিবো পালিবা সৰ্ব্বথা ॥
এহিবুলি মালিনীক আনি নৃপবৰে।
চন্দ্ৰহাস স্থানে বিহা দিলেক সত্বৰে ॥ ৩৪৫৬৬

ধন জন প্ৰজাগণ অশেষ ভাণ্ডাৰ।
গালৱৰ বাক্যে সমৰ্পিলা ৰাজ্যভাৰ ॥
হৰিষে বসিলা সিংহাসনৰ উপৰ।
চন্দ্ৰহাস নৰপতি ভৈলা দণ্ডধৰ ॥ ৩৪৫৬৭
মন্ত্ৰীয়ে পঠাইলা তাঙ্ক কৰিবেক বধ।
নৃপতি ভৈলেক তাত দৈৱৰ নিৰ্ব্বন্ধ ॥
গজ বাজী চতুৰঙ্গ দল সিংহাসন।
অশেষ সম্ভাৰ যত দিলা ধন জন ॥ ৩৪৫৬৮
কহয় ভৱানীদাসে মধুৰ বচন।
বিধিৰ লেখন অঙ্ক নযায় খণ্ডন ॥
হেন জানি হৰিৰ চৰণে ধৰা জান্টি।
মনবৈৰী লোভ মোহ পেলায়োক কাটি॥ ৩৪৫৬৯
হৰিৰ চৰণে মনে ধৰা দৃঢ় কৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥

পদ

লভিয়া অখণ্ড ৰাজ্য বীৰ চন্দ্ৰহাস।
কুন্তলে ৰাজ্যক দিয়া গৈলা বনবাস ॥ ৩৪৫৭০
ঐকান্তিক মনে চিন্তে বসি নাৰায়ণ।
প্ৰশংসা কৰিলা তাঙ্ক সবে দেৱগণ ॥
পৰম আনন্দে ৰাজা চিন্তে যোগপথ।
বনত কৰিলা ৰাজা তপ ধৰ্ম্ম ব্ৰত ॥ ৩৪৫৭১
ভৱভয় পাৰ হুয়া ৰহিলা নৃপতি।
গালৱৰ শিষ্য হুয়া ৰহে নৰপতি ॥
চন্দ্ৰহাস ৰাজা ভৈলা ঋষিৰ বচনে।
জয় জয় কৰিয়া ঘোষয় সৰ্ব্বজনে ॥ ৩৪৫৭২
কৰিল উত্তম বিহা মালিনী সুন্দৰী।
ক্ৰীড়া কৌতূহলে চন্দ্ৰহাসে ৰাজ্য কৰি ॥
তথা চন্দ্ৰহাস আসি ভৈলা দণ্ডধৰ।
তথা চণ্ডী পূজে যায় মন্ত্ৰীৰ কুমাৰ ॥ ৩৪৫৭৩
পূজাৰ যতেক দ্ৰব্য লৈয়া তেতিক্ষণে।
চণ্ডীগৃহে লৈয়া গৈলা কুমাৰ মদনে ॥
বুজিতে নপাৰি কেৰে বিধিৰ বিপাক।
ডাহিনে শৃগালে আসি দিলা উচ্চডাক ॥৩৪৫৭৪
যুদ্ধ কৰি মাৰ্জ্জাৰ যুগল আগভৈলা।
সঘনে উলুকা পৰে দেখি ভয় ভৈলা ॥
বিনামেঘে দক্ষিণত বিদ্যুত চমক।
দক্ষিণত মাৰ্জ্জাৰ পক্ষীয়ে দিলা ডাক ॥ ৩৪৫৭৫
বিপৰীত দেখি তান বিস্ময় ভৈলা মন।
নজানো বিধাতা বাম ভৈলা কি কাৰণ ॥
ধীৰে ধীৰে মন্দিৰে প্ৰবেশে মন্ত্ৰীসুত।
কপালত মুঠিহানি ভাবিয়া বহুত ॥ ৩৪৫৭৬
কৰ্ম্মফলে আমাৰ কৰয় যেহি গতি।
কুশলে থাকোক চন্দ্ৰহাস মহামতি ॥
ভূমিত পৰিয়া বীৰে কৰয় প্ৰণতি।
সুখে ৰক্ষা কৰা চন্দ্ৰহাস মহামতি ॥ ৩৪৫৭৭
এতেক বচন বীৰে বোলে চণ্ডী আগে।
অস্ত্ৰ ধৰি কিৰাতেও ধাইলা বায়ুবেগে ॥
ঘোৰ অন্ধকাৰে কেৰে নিচিনে মদন।
তীক্ষ্ণ শৰ প্ৰহাৰয় কিৰাতৰ গণ ॥ ৩৪৫৭৮
মুদ্গৰ মুষল নিল তীখাল বিশাল।
খণ্ড খণ্ড কৰে অঙ্গ বেঢ়িয়া চণ্ডাল ॥
ৰুধিৰ পৰিয়া তেৱে ভৰিল ধৰণী।
জৰ্জ্জৰিত দেহা ভৈলা স্মৰয় ভৱানী ॥ ৩৪৫৭৯
হা হা চণ্ডী মোৰ মাতা তুমি মহামায়া।
তয়ু সেৱা কৰিবাক মিলিলো আসিয়া ॥
কোন দোষে ভৈলা মোৰ ইহাত মৰণ।
মেষাসুৰ নহো ৰক্ত কৰিবাহা পান ॥ ৩৪৫৮০
শুম্ভ নিশুম্ভ নহো ৰক্তবীজাসুৰ।
মোৰ ৰক্ত কিবা পুনু নহয় মধুৰ ॥
কেনে হেন গতি মোৰ কৰিলা ভৱানী।
জীৱন কাতৰ হুয়া নমাগো পৰাণী ॥ ৩৪৫৮১
মুক্তিপদ মাগো মাৰ চিন্তিলা বিনাশ।
কুশলে থাকোক মাথো বীৰ চন্দ্ৰহাস ॥
তাৰ পৰিবৰ্ত্তে মোৰ মিলোক মৰণ।
মোক্ষপদ দিয়া মই পশিলো শৰণ ॥ ৩৪৫৮২

এহিবুলি প্ৰাণ দিলা কুমাৰ মদন।
অচেতনে কৰিলেক ভূমিত শয়ন ॥
ত্ৰাস পায়া চণ্ডালে চিন্তিলা মনে মন।
চন্দ্ৰহাস নহে কাৰ লৈলোহো জীৱন ॥ ৩৪৫৮৩
প্ৰাণ লৈয়া তথা হন্তে পলাল কিৰাত।
যাৰ যেহি আশ্ৰমত মিলিল নিশাত ॥
পৰমন্দ চিন্তিলে বিধাতা চিন্তে আন।
পৰপুত্ৰ বধন্তে পুত্ৰৰ গৈল প্ৰাণ ॥ ৩৪৫৮৪
মদন মৰিল তথা বিধাতা বিমুখে।
এথা ৰাজা ভৈলা চন্দ্ৰহাস মহাসুখে ॥
চম্পক মালিনী সঙ্গে কৰি নৃপবৰ।
দিব্য ৰথ কৰি সবে চলিলা সত্বৰ ॥ ৩৪৫৮৫
গজ বাজী বাদ্য ভাণ্ড কৰি বীৰ তলে।
শশুৰক প্ৰণামিবে যায় কৌতূহলে ॥
বাদ্য ভাণ্ড শুনি মন্ত্ৰী বিস্ময় হৃদয়।
কুন্তল দেশত আন কোন ৰাজা হয় ॥ ৩৪৫৮৬
চমকিত ভৈল মন্ত্ৰী মনে তোলপাৰ।
দেখিলেক চন্দ্ৰহাস জামাতা তাহাৰ ॥
চম্পক মালিনী পৰে নাহি তান জীউ।
পুত্ৰক নেদেখি তান উৰি গৈলা জীৱ ॥ ৩৪৫৮৭
মনত ভাবয় দুখ মুখে নাহে ৰাৱ।
হা পুত্ৰ মদন বুলি ডাকে দীৰ্ঘৰাৱ ॥
অদ্যাপিও নিশাভাগে নাহিকে উদ্দেশ্য।
এহি বুলি মন্ত্ৰীবৰে চিন্তে বিসদৃশ ॥ ৩৪৫৮৮
সেহিবেলা চন্দ্ৰহাস মালিনী সহিতে।
শহুৰক প্ৰণামিলা প্ৰণামি ভূমিতে ॥
মন্ত্ৰী বোলে মদন কুশল কহা বাপ।
পুত্ৰৰ বিলম্ব দেখি পালো বৰ তাপ ॥ ৩৪৫৮৯
চন্দ্ৰহাস বোলে মোক নিবাৰিয়া পথে।
মদন গৈলেক তথা চণ্ডিকা পূজিতে ॥
এহি কথা কহে চন্দ্ৰহাস নৃপবৰ।
চম্পক মালিনী সঙ্গে চলি যান্ত ঘৰ ॥ ৩৪৫৯০
পুৰে যেবে গৈলা চন্দ্ৰহাস নৰপতি।
মৰ্ম্ম কথা শুনি শিৰে হানিলেক মুঠি ॥

একেশ্বৰে চলি গৈলা চণ্ডিকা ভুৱন।
উৰ্দ্ধবাহু মুক্তকেশ স্থিৰ নহে মন ॥ ৩৪৫৯১
হা হা বিধি কেনে হেন ছলিলি আমাকে।
মদন মদন কৰি দীৰ্ঘৰাৱে ডাকে ॥
ঘোৰ অন্ধকাৰ ভয়ঙ্কৰ নিশাভাগে।
উৰ্দ্ধমুখে গৈলা একেশ্বৰে পুত্ৰ আগে ॥ ৩৪৫৯২
চিতা মধ্যে অগ্নি জ্বলে ধূম্ৰ অতিশয়।
চাৰি ভিতি প্ৰেতগণে বেঢ়িয়া ৰাখয় ॥
হেনকালে মন্ত্ৰীক দেখিলা প্ৰেতগণ।
অন্যো অন্যে প্ৰেতগণে বুলিলা বচন ॥ ৩৪৫৯৩
হেৰ দেখ কিবা আসে ভয়ঙ্কৰ বেশ।
উৰ্দ্ধমুখ বাহু ৰঙ্গ মুক্ত কৰি কেশ ॥
ইথানে আসিবে পুনু শক্তি আছে কাৰ।
আমাৰ সমান প্ৰেত নাহিকে সংসাৰ ॥ ৩৪৫৯৪
প্ৰেত মধ্যে প্ৰেত আমি তৃতীয় প্ৰধান।
পাপকাৰী প্ৰেত নহে আমাৰ সমান ॥
গুণিয়া যে ছিন্ন অঙ্গ নাম প্ৰেতৰাজ।
মহাদেৱ অধিকাৰ কৰি আছো সাজ ॥ ৩৪৫৯৫
তাৰ ছায়া আসে এই জানিলো নিশ্চয়।
সিংহ সম দেখি আক মহত্ত্ব দুৰ্জ্জয় ॥
এহি বুলি প্ৰেতগণ পলাৱয় ভয়ে।
চিতাৰ সমীপে আইলা মন্ত্ৰী মহাশয়ে ॥ ৩৪৫৯৬
চিতাৰ কাষ্ঠক লৈয়া আসে হাতে ধৰি।
চণ্ডিকা ভুৱনে যায় পুত্ৰ পুত্ৰ কৰি ॥
চণ্ডীৰ সমুখে দেখে মদন পৰিছে।
অস্ত্ৰঘাৰে সৰ্ব্বঅঙ্গ জৰ্জ্জৰিত হৈছে ॥ ৩৪৫৯৭
চিতাৰ কাষ্ঠক হন্তে পেলাইলা তেখন।
হা হা পুত্ৰ ডাক দিলা দিয়া আলিঙ্গন ॥
কি কাৰণে পুত্ৰ হেন কৰিলি অকাজ।
বৈৰ চন্দ্ৰহাস স্থানে সমৰ্পিলি ৰাজ ॥ ৩৪৫৯৮
উঠ উঠ পুত্ৰ কেনে ভূমি লোটে কায়া।
আমাক লগত নিয়া যদি আছে দায়া ॥
মোৰ বাক্য অৱহেলা কৰিলি দুৰ্ম্মতি।
ধন বস্ত্ৰ দিলি বৈৰী চন্দ্ৰহাস প্ৰতি ॥ ৩৪৫৯৯

আত্ম দেহা দিলিহি পৰক দিলি সুখ।
নিজ কৰ্ম্মফলে হেন লভিলোহো দুখ ॥
সত্যে ফল ধৰে এই সন্ত হিংসা কৈলে।
আন পাপ কৰ্ম্মফল বিলম্বেসে ফলে ॥ ৩৪৬০০
হা হা মাৰ ভৱানী ভজোহো তযু পদে।
তোমাক ভজিয়া পালো এতেক সম্পদে ॥
পুত্ৰ মোৰ বধি মাৰ কৰিলা অকাজ।
বৈৰী চন্দ্ৰহাসে দিলা মোৰ সবে ৰাজ ॥ ৩৪৬০১
জ্ঞান প্ৰাণ হত মোৰ এহি পুত্ৰ শোকে।
পুত্ৰসঙ্গে মৰি যাওঁ ময়ো যমলোকে ॥
হেনমতে কান্দে মন্ত্ৰী হানি মুষ্টিঘাৰ।
আস্ফালিয়া সৰ্ব্বাঙ্গে লোটয় ধূলি গাৰ ॥ ৩৪৬০২
গেৰি পাৰে মন্ত্ৰীবৰ মদন উপৰে।
পাথৰ শিৰত হানি তেজে কলেৱৰে ॥
আত্মাঘাত হুয়া মন্ত্ৰী ত্যজিলা পৰাণ।
পুত্ৰশোকে মন্ত্ৰী মৰি গৈলা যমস্থান ॥ ৩৪৬০৩
পিতা পুত্ৰে একত্ৰে আছয় প্ৰাণ ত্যজি।
চণ্ডিকা ভুৱনে দুয়ো আছে প্ৰাণে মজি ॥
তপস্বী সন্যাসী যত পূজক ব্ৰাহ্মণ।
প্ৰভাত সময়ে গৈলা চণ্ডিকা ভুৱন ॥ ৩৪৬০৪
গন্ধ পুষ্প ধূপ দীপ সব লৈয়া কৰে।
স্নান কৰি চলি যায় চণ্ডিকা নগৰে ॥
ধৃষ্টবুদ্ধি মদনে পৰিছে পিতা পুত্ৰে।
অচেতন হুয়া দুয়ো পৰিছে ভূমিতে ॥ ৩৪৬০৫
ৰাজাত জনাইলা সবে দেখি বিপৰীত।
আশীৰ্ব্বাদ কৰে চন্দ্ৰহাসৰ বিদিত ॥
অভ্যন্তৰে গৈলা চন্দ্ৰহাসৰ গোচৰ।
বিপ্ৰগণে বোলে পাচে যুৰি দুইকৰ ॥ ৩৪৬০৬
শুনিয়ো নৃপতি মোৰ অদ্ভুতেক বাণী।
পুত্ৰসমে ধৃষ্ট বুদ্ধি মৰিল পৰাণী ॥
চণ্ডিকা ভুৱনে দুয়ো মঠৰ সমুখে।
দেখিয়া জনাইবে মই আইলো মনদুখে ॥ ৩৪৬০৭
নিশাভাগে মৰিল মাৰিল কোনজন।
যদি শহুৰৰ হিত চিন্তাহা আপুন ॥

তপস্বীৰ বচনক শুনি চন্দ্ৰহাস।
মনে দুখ পাই ৰাজা এৰিলা নিশ্বাস ॥ ৩৪৬০৮
অপযশ ৰহিলা মোৰ ইতিনি ভুৱনে।
লোক অপবাদ ভৈলা জানিবো কমনে ॥
চন্দ্ৰহাসে বধিলেক শহুৰ শ্যালক।
ৰাজ্যলোভে নৃপে হেন কৰ্ম্ম কৰিলেক ॥ ৩৪৬০৯
মুখত অমৃত ৰাজা হৃদয়ত বিষ।
অধাৰ্ম্মিক চন্দ্ৰহাসে কৈলা বিসদৃশ ॥
হেন বুলি প্ৰজাগণে নিন্দিবেক মোৰে।
কুটুম্ব সহিতে আমি যাইবো নিজঘৰে ॥ ৩৪৬১০
এহিবুলি চন্দ্ৰহাস ভাবিয়া মনত।
ঘোটকে চৰিয়া বীৰ গৃহে উপগত ॥
পুত্ৰে সমে সাক্ষাতে পৰিছে মন্ত্ৰীবৰ।
শীঘ্ৰবেগে চলি গৈলা চণ্ডিকা গোচৰ ॥ ৩৪৬১১
দেখিয়া বিস্ময় ভৈলা ৰাজা চন্দ্ৰহাস।
ধীৰে ধীৰে চলি গৈলা শহুৰৰ পাশ ॥
চণ্ডিকা কপটে দুই ত্যজিলা পৰাণ।
অযশ ৰহিল দুইলোকে মন্দ জ্ঞান ॥ ৩৪৬১২
ভৱানী চৰণে মই বিসৰ্জ্জিবো জীৱ।
খড়্গ ধৰি কাটিবোহো আপোনাৰ গ্ৰীৱ ॥
নতু অগ্নি খায়া আমি ত্যজিবো পৰাণী।
এহিবুলি কুণ্ডমধ্যে জ্বলিলা অগনি ॥ ৩৪৬১৩
ঘৃত মধু দিয়া হুনিলেক বিধিৱতে।
স্নান কৰি বিষ্ণু স্মৰি আইলা নৰনাথে ॥
অঙ্গ খণ্ড খণ্ড কৰি হুনে অগ্নিমধ্যে।
অঙ্গ বলি দিয়া হুনে ৰাজা বৰ খেদে ॥ ৩৪৬১৪
মস্তক হৃদয় হুনে ঊৰু কৰ পদ।
মাংস কাটি হুনে চন্দ্ৰহাস বিদগদ ॥
ভৱানী উদ্দেশ্যে হুনে চন্দ্ৰহাস বীৰ।
মহেশে কাটিয়া হুনে আপোনাৰ শিৰ ॥ ৩৪৬১৫
তথাপি ভৱানী দেৱী নহৱে সাক্ষাত।
শিৰক কাটিবো বুলি খাণ্ডা লৈলা হাত ॥
স্তুতি কৰি চন্দ্ৰহাসে বোলে বহুবাণী।
প্ৰণামোহো নাৰায়ণী ত্ৰৈলোক্য মোহিনী ॥ ৩৪৬১৬

আদি শক্তি বিষ্ণুৰূপী ইন্দ্ৰাণী ৰুদ্ৰাণী।
ৰবি শশী বায়ু বহ্নি ত্ৰিজগত প্ৰাণী ॥
ত্ৰিজগত স্থাৱৰ জঙ্গম চৰাচৰ।
সৰ্ব্বভূত মই তুমি ঘৰণী শিৱৰ ॥ ৩৪৬১৭
ধৰিয়া বাৰাহী মূৰ্ত্তি ধৰণী ধৰিলা।
তযু শক্তি লৈয়া ব্ৰহ্মা ব্ৰহ্মাণ্ড স্ৰজিলা ॥
তুমি বিনে শক্তি কাৰো নাহি ত্ৰিভুৱন।
আচোক আনৰ কাৰ্য্য শম্ভু নাৰায়ণ ॥ ৩৪৬১৮
পাপ পুণ্য যত সব তোমাৰ গোচৰ।
তুমি বিনে নাহি ত্ৰিভুৱনৰ ভিতৰ ॥
শশুৰ শ্যালক বধ কৰিলা আমাৰ।
তুমি বিনে চন্দ্ৰহাস গতি নাহি আৰ ॥ ৩৪৬১৯
চন্দ্ৰহাস বচন শুনিয়া নাৰায়ণী।
অগ্নিহন্তে উঠি দেখা দিলন্ত ভৱানী ॥
মূৰ্ত্তিমন্ত দেৱী মাৱ ভৈলা উপস্থিত।
বোলে চন্দ্ৰহাস বৰ মাগিয়ো বাঞ্ছিত ॥ ৩৪৬২০
তোৰ ভক্তি দেখি মোৰ তুষ্ট ভৈল মন।
বৰ মাগা চন্দ্ৰহাস ভৈলোহো সম্পূৰ্ণ ॥
চন্দ্ৰহাসে বোলে বৰ মাগো তযু পাৱে।
হৰিপদে ভক্তি মোৰ মাগো মহামায়ে ॥ ৩৪৬২১
ৰুদ্ৰাণী ভৱানী মাৱ মাগো তযু আগে।
তযু পদে ভক্তি মোৰ থাকে যুগে যুগে ॥
ধৃষ্টবুদ্ধি মদনক জীয়ায়ো দুয়োজন।
এহি বৰ মাগো মাৱ তোমাৰ মৰণ ॥ ৩৪৬২২
অপকীৰ্ত্তি দূৰ মোৰ কৰা মহামায়া।
তুষ্ট মোক কৰা মাৱ ইহাঙ্ক জীয়ায়া ॥
ভৱানী বোলন্ত তোক দিলো এহি বৰ।
শশুৰ শ্যালক তোৰ উঠোক সত্বৰ ॥ ৩৪৬২৩
অচলা ভকতি তোৰ হৌক হৰি পদে।
কৃষ্ণক তুষিবে তোৰ পুত্ৰ বিদগদে ॥
দুইপুত্ৰ হৈব তোৰ সংসাৰৰ সাৰ।
তাৰ কীৰ্ত্তি ত্ৰিভুৱনে হৈবেক প্ৰচাৰ ॥ ৩৪৬২৪
নৰ নাৰী শিশু বৃদ্ধ যুৱকসকল।
তোৰ যশ ঘুষিবেক ধৰণী মণ্ডল ॥
এহিবুলি বৈষ্ণৱী আকৃতি ভৈলা পুনি।
নৃপতিক দেৱী দেখা দিলন্ত আপুনি ॥ ৩৪৬২৫
শঙ্খ চক্ৰ গদা পদ্ম বৰভুজ কায়া।
নৃপতিক আশীৰ্ব্বাদ দিলা তুষ্ট হুয়া ॥
অন্তৰ্দ্ধান ভৈলা দেৱী উপদেশ দিয়া।
স্তুতি কৰে চন্দ্ৰহাস কুণ্ডমধ্য হুয়া ॥ ৩৪৬২৬
বিদ্যুত সঞ্চাৰে দেৱী ভৈলা অন্তৰ্দ্ধান।
দেখিয়া নেদেখে যেন অগ্নিৰ সমান ॥
ধৃষ্টবুদ্ধি পুত্ৰসমে পাইলেক চেতন।
নিদ্ৰা ত্যজি উঠে যেন নিদ্ৰাতুৰ জন ॥ ৩৪৬২৭
মোহিত নয়ন গুচি কৰিলা প্ৰকাশ।
চক্ষু মেলি তেখনে দেখিলা চন্দ্ৰহাস ॥
মন্ত্ৰীক প্ৰণামি বীৰে মদন আলিঙ্গে।
শশুৰ শ্যালক দেখি বোলে মনৰঙ্গে ॥ ৩৪৬২৮
জীৱন মৰণ সবে হৰিৰ কাৰণে ॥
আপুনি স্ৰজিলা সৃষ্টি হৰি নাৰায়ণে ॥
সকলে হৰিৰ মায়া ইসব সংসাৰ।
ভাণ্ড ভাঙ্গি ভাণ্ড যেন গঢ়য় কুমাৰ ॥ ৩৪৬২৯
জীৱন যৌৱন মিছা ধন ৰত্ন জন।
মায়াবদ্ধ সংসাৰ যে নিশাৰ সপোন ॥
শশুৰ শ্যালক বুজাইলন্ত চন্দ্ৰহাস।
পুৰীমধ্যে চলিলেক কৰিয়া প্ৰকাশ ॥ ৩৪৬৩০
লাজে ধৃষ্টবুদ্ধিয়ে নচাৱে তাৰ মুখ।
পুত্ৰ সমে প্ৰাণ পায়া মিলিল সন্তোষ ॥
হৰিষে বিষাদে মন্ত্ৰী চলিলেক পুৰে।
চন্দ্ৰহাস দেখি তাৰ হৃদয় বিদাৰে ॥ ৩৪৬৩১
বিষয়াক লৈয়া চন্দ্ৰহাস মহাশয়।
নিজ ৰাজ্যে গৈলা ৰাজা ৰঙ্গে আতিশয় ॥
অৰ্জ্জুনে বোলন্ত সখি শুনা তপোধন।
কুলীন্দৰ কিবা ৰূপে ভৈলন্ত মোচন ॥ ৩৪৬৩২
শুনি কি বুলিলা চন্দ্ৰহাস ধনুৰ্দ্ধৰ।
সিসব কহিয়ো আক শুনো মুনিবৰ ॥
নাৰদে বোলন্ত কথা শুনো ধনঞ্জয়।
চন্দ্ৰহাস সমম্বিতে আইলা মহাশয় ॥ ৩৪৬৩৩

নৃত্যগীত কৌতুকে আছয় নিজপুৰী।
এথা ধৃষ্টবুদ্ধি মন্ত্ৰী মহা পাপকাৰী ॥
সৰ্ব্বস্বক লৈয়া কুলীন্দক ধৰি আনি।
বন্দী কৰি এৰিলেক কৰি অপমানী ॥ ৩৪৬৩৪
সেহি অপমানে ৰাজা হৰিপদে ভাৱে।
মোক এত দুখ প্ৰভু দিলা কিবা দৈৱে ॥
ধাৰ্ম্মিক তনয় পালো চন্দ্ৰহাস বীৰ।
হেন পুত্ৰ হৰুৱাইলো দগধ শৰীৰ ॥ ৩৪৬৩৫
মোৰ কৰ্ম্মদোষে হেন পুত্ৰ হৰি নিলা।
ধন জন গজ বাজী সকলে দণ্ডিলা ॥
এক বৰ দিয়া প্ৰভু কৰিয়া প্ৰকাশ।
কুশলে থাকোক মোৰ পুত্ৰ চন্দ্ৰহাস ॥ ৩৪৬৩৬
দুষ্ট ধৃষ্টবুদ্ধি পুত্ৰ কিকৰে নজানি।
দুষ্ট হন্তে পুত্ৰ মোৰ ৰাখা চক্ৰপাণি ॥
পুত্ৰশোকে কুলীন্দ ত্যজিবে চাৰে প্ৰাণ।
ভাৰ্য্যা সমে অগ্নি খাবো লোক বিদ্যমান ॥৩৪৬৩৭
ধৃষ্টবুদ্ধি আগে গৈয়া জনাইলেক লোকে।
কুলীন্দ মৰিবে খোজে দুখ পুত্ৰশোকে ॥
বৃদ্ধ ভৈলা নৃপতিৰ নাই তেজ বল।
সবে মাত্ৰ একপুত্ৰ ভাৰষাৰ স্থল ॥ ৩৪৬৩৮
হেন শুনি ধৃষ্টবুদ্ধি পাপী দুৰাচাৰ।
কুলীন্দৰ আগে আসি শান্তৰে আপাৰ ॥
শান্ত হুয়া কুলীন্দ ত্যজিয়ো দুখ ভাৱ।
পুত্ৰ ধন ৰত্ন আনি দিলোহো তোমাৰ ॥৩৪৬৩৯
কুশলে আছয় তযু চন্দ্ৰহাস সুত।
কুন্তলপুৰীৰ ৰাজা ভৈল গুণযুত ॥
মোৰ জীউ বিষয়া তাহাত দিলো বিয়া।
বনে গৈল কুন্তল ৰাজ্যক সমৰ্পিয়া ॥ ৩৪৬৪০
কুটুম্ব আমাৰ ভৈল ক্ষমা অপৰাধ।
যোগ্য নহে তুমি আমি কৰিবে বিবাদ ॥
চন্দ্ৰহাস আছে শুনি ভৈলা হৰষিত।
ধৃষ্টবুদ্ধি ধন ৰত্ন দিলা সমুদিত ॥ ৩৪৬৪১
চন্দ্ৰহাসে বাৰ্ত্তা পায়া চৰক পঠাইল।
জনক জননী দুইকো কুন্তলক নিল ॥
দৈৱযোগে চন্দ্ৰহাস ভৈল তেবে ৰাজা।
ৰাজ্যকাৰ্য্য পালয় পৃথিবী সবে প্ৰজা ॥ ৩৪৬৪২
বিষয়াৰ পুত্ৰ ভৈল নামে মকৰধ্বজ।
সৰ্ব্ব গুণশীল বীৰ যেন মত্ত গজ ॥
চম্পক মালিনী ঘৰে পদ্মাক্ষ কুমাৰ।
তেজ বীৰ্য্য হৰিভক্ত বিক্ৰমে দুৰ্ব্বাৰ ॥ ৩৪৬৪৩
পিতৃভক্ত হৰিভক্ত গুণৰ সাগৰ।
শালগ্ৰাম পূজি যাই বৈকুণ্ঠ নগৰ ॥
শিলা ৰূপ হৰি শালগ্ৰাম চাহে নিত।
শালগ্ৰাম হৰি ৰূপ জানিবা নিশ্চিত ॥ ৩৪৬৪৪
দ্বাৰকা সম্ভৱ কালে শালগ্ৰাম হৰি।
কলিযুগে চক্ৰ ধৰি আছয় মুৰাৰি ॥
ভক্তি কৰি যেহি জনে পূজে নাৰায়ণ।
আশেষ প্ৰকাৰে তান তুষ্ট জনাৰ্দ্দন ॥ ৩৪৬৪৫
বিনয় কৰিয়া যেহি পূজে শালগ্ৰাম।
সি নৰ পৱিত্ৰ হোৱে পুণ্য অনুপাম ॥
শালগ্ৰাম দান কৰে যেহি পুণ্যবান।
সংসাৰ পৃথিবী সম জানা সেহি দান ॥ ৩৪৬৪৬
ধ্যান কৰি শালগ্ৰাম পূজে যেহিজন।
ভৱ তৰি বৈকুণ্ঠক কৰয় গমন ॥
গোদাবৰী প্ৰয়াগত বদৰিকাশ্ৰম।
কুৰুক্ষেত্ৰ বাৰাণসী সাগৰ সঙ্গম ॥ ৩৪৬৪৭
প্ৰয়াগ যমুনা সিন্ধু কাবেৰী নন্দিনী।
চন্দ্ৰভাগা সৰস্বতী মানিনী নন্দিনী ॥
শালগ্ৰাম নিৰ্ম্মাল্যক যেহি ধৰে শিৰে।
পাপমুক্ত হুয়া যায় বৈকুণ্ঠ নগৰে ॥ ৩৪৬৪৮
শালগ্ৰাম নাম স্মৰে মৰণ সময়।
তাৰ মৃত্যু ভৈলে নযায় সিটো যমালয় ॥
তুলসীক আৰ্চ্চিলেসে পাপ হৰে নাশ।
তুলি আগ নিত পত্ৰ পূজে হৃষীকেশ ॥ ৩৪৬৪৯
তাত যত পুণ্য হৰে কহিবো কতেক।
তুলসী পত্ৰত বৃক্ষ শ্ৰীহৰি প্ৰত্যেক ॥
শুনিয়ো অৰ্জ্জুন এহি কহিলো বচন।
চন্দ্ৰহাস উপাখ্যান অপূৰ্ব্ব কথন ॥ ৩৪৬৫০

হৰিভক্তসকলৰ নাহি অমঙ্গল।
বোলা ৰাম ৰাম সবে বাঢ়োক কুশল ॥

---

পদ

আনন্দিত কৰা তুমি ঘোটক উদ্ধাৰি।
আপুন ভুৱনে আমি যাই স্বৰ্গপুৰী ॥ ৩৪৬৫১
এ'হি বুলি নাৰদে চলিলা নিজালয়।
শুনিয়া বিস্ময় মন ভৈলা ধনঞ্জয় ॥
অপাৰ সংসাৰ ভৱবন্ধন মোক্ষন।
বিমোক্ষৰ স্বৰ্গবাস নহে কদাচন ॥ ৩৪৬৫২
এহি বুলি অৰ্জ্জুন নৃপতিগণ লৈয়া।
কুন্তলপুৰীক গৈলা হৰষিত হুয়া॥
জৈমিনী বোলন্ত কথা শুনা জন্মেজয়।
ভক্তি ভাৱে যেহি জনে ইকথা শুনয় ॥ ৩৪৬৫৩
ভুঞ্জয় বিপুল ভোগ পুত্ৰ পৌত্ৰ সমে।
অন্তকালে স্বৰ্গে বাস হোৱে অনুক্ৰমে ॥
জন্মেজয় পুছে পুনু জৈমিনীৰ স্থানে।
ঘোৰা লৈয়া চন্দ্ৰহাস কি কৈলা তেখনে ॥৩৪৬৫৪
জৈমিনী বোলয় কথা শুনা নৃপবৰ।
ঘোৰা প্ৰবেশিলা গৈয়া কুন্তলনগৰ ॥
পদ্মাক্ষ মকৰধ্বজ ৰাজাৰ তনয়।
ঘোৰাৰ প্ৰতাপ দেখি ভৈলন্ত বিস্ময় ॥৩৪৬৫৫
অৰ্জ্জুন আসিবে দেখি চন্দ্ৰহাস ৰাজ।
বিস্ময় ভৈলন্ত ৰাজা বুলিলন্ত কাজ ॥
দুই পুত্ৰ আদেশিলা কৰিয়া বিশেষ।
অৰ্জ্জুন সহিতে আসি আছে হৃষীকেশ ॥৩৪৬৫৬
কত ভাগ্যফলে আইল দেৱ নাৰায়ণ।
সফল জীৱন মোৰ ৰাজ্য ধন জন ॥
জন্মাৱধি কৃষ্ণ ভাবো কায়বাক্যমনে।
হেন হৰি মোৰ দেশে আইলা যে আপুনে ॥৩৪৬৫৭
নৃপতি বোলন্ত পুত্ৰ শুনিয়ো বচন।
ঘোটক নহৱে এহি জানা নাৰায়ণ ॥

বৰিষ গোৰাই ঘোৰা আইলা মোৰ পুৰী।
যজ্ঞভঙ্গ হৈবে ঘোৰা যদি আমি ধৰি ॥ ৩৪৬৫৮
একপক্ষ দুয়ো ঘোৰা ৰাখা সাৱধানে।
পাচে নিয়া কৃষ্ণ আগে দিবোহো আপুনে ॥
এহি ঘোৰা ৰাখিবাক নাহি প্ৰয়োজন।
ত্ৰৈলোক্যৰ পতি কৃষ্ণ দেখো নাৰায়ণ ॥৩৪৬৫৯
তথাপিতো কিছু যুদ্ধ কৰিবো অৱশ্য।
কৃষ্ণ তুষ্ট হৈব ধনঞ্জয় হৈব বশ্য ॥
পিতৃৰ বচন বিষয়াৰ পুত্ৰ বীৰ।
দুই অশ্ব ধৰি দুই কৰিলেক স্থিৰ ॥ ৩৪৬৬০
ধনু ধৰি দুই ঘোৰা ৰাখে দুই ভাই।
পক্ষ কৰি ৰাখিলা দুই নগৰ বেঢ়াই ॥
দুই ভাই বোলে যদি নকৰো সমৰ।
মোৰ পক্ষ ৰাজাগণে ত্যজিবে আদৰ ॥ ৩৪৬৬১
কৰক নেদিয়া তাৰা নিন্দিবে আমাক।
বিনা যুদ্ধ কৰি ঘোৰা দিলা অৰ্জ্জুনক ॥
বুলিলেক সৈন্য সাজ ঢোলে দিলা বাৰী।
ৰাখিলা তুৰঙ্গ তেবে সৰ্ব্ব সৈন্যে বেঢ়ি ॥৩৪৬৬২
নগৰীয়া লোকে কৃষ্ণ দেখে যেন ৰঙ্গে।
সাজিয়া আসিলা কৃষ্ণ অৰ্জ্জুনৰ সঙ্গে ॥
নানা বাদ্য কৰি পথে চলে দুই বীৰ।
প্ৰলয়ৰ মেঘ যেন গৰ্জ্জয় গম্ভীৰ ॥ ৩৪৬৬৩
ৰথ ছত্ৰ ধনুৰ্বাণ ধ্বজছত্ৰ হাথী।
অৰ্জ্জুনৰ আগে ৰৈলা অসংখ্য পদাতি ॥
মুদ্গৰ মুষল শেল অস্ত্ৰ খাণ্ডাচয়।
নানা অস্ত্ৰ সাজি বাদ্য কৰে সমুচ্চয় ॥ ৩৪৬৬৪
হৰিতাল বৰ্ণ ঘোৰা কাঞ্চনৰ ৰথ।
শুদ্ধ সিংহধ্বজ শোভে চামৰে বিচিত্ৰ ॥
ঘাগৰ দুন্দুভি বাদ্য লোকে চমৎকাৰ।
ৰথসব চলে যেন বিদ্যুত সঞ্চাৰ ॥ ৩৪৬৬৫
সৈন্য সমে চন্দ্ৰহাস সাজিলেক ৰণে।
অন্তৰে থাকিয়া কৃষ্ণ ভাৱে মনে মনে ॥
পদ্মাক্ষ মকৰধ্বজ ৰাজাৰ তনয়।
ইন্দ্ৰৰ সদৃশ বীৰ সমৰে দুৰ্জ্জয় ॥ ৩৪৬৬৬

দুই গোটা সিংহ যেন চলে ৰণস্থলে।
হাতে ধনুশৰ লৈয়া বৰ কৌতুহলে ॥
তালৰ সমান ধনু শোভে দুই টোণ।
অগ্নিসম বাণ সৰ্পসম ধনুগুৰ্ণ ॥ ৩৪৬৬৭
আকৰ্ণ পুৰিয়া হানে সৈন্যৰ উপৰে।
পাঞ্চবাণ হানিলেক ক্ৰোধে দুই বীৰে ॥
তাক দেখি বীৰবৰ্ম্মা সমৰক ধাইল।
অসংখ্য বিলাস শৰ দুহাকো হানিল ॥ ৩৪৬৬৮
দুই বীৰে নিবাৰিল তাৰ অস্ত্ৰ যত।
শৰবৃষ্টি কৰি বহু সৈন্য কৈলা হত ॥
দুই সৈন্য শৰবৃষ্টি ঢাকিলা গগন।
অন্ধকাৰ ভৈলা নাহি সূৰ্য্য দৰশন ॥ ৩৪৬৬৯
পদ্মাক্ষে হানিলা তেবে বাণ শিলিমুখ।
মৰ্ম্মঘাৰে ভেদিলেক বীৰবৰ্ম্মা বুক ॥
বিষ্ণুপৰায়ণ বীৰ পদ্মাক্ষ কুমাৰ।
অচেতন বীৰবৰ্ম্মা বাণে ফুটি তাৰ ॥ ৩৪৬৭০
কিৰীটি কুণ্ডল কাটে পাঞ্চবাণ হানি।
ৰথ ধ্বজ কাটি পেশে তিল পৰিমাণি ॥
পুনু যে পদ্মাক্ষে হানিলেক তিনিশৰ।
বজ্ৰৰ সদৃশ বাণ হানে কলেৱৰ ॥ ৩৪৬৭১
মুখে ৰক্ত পৰে বীৰ চেতন হৰিল।
বীৰবৰ্ম্মা দেখি বীৰ সবে ভঙ্গ দিল ॥
হেন দেখি বভ্ৰুবাহা কালান্তক যম।
নাগগণ জিনি তাৰ অতুল বিক্ৰম ॥ ৩৪৬৭২
বজ্ৰবত অৰ্দ্ধচন্দ্ৰ বাণ প্ৰহাৰিলা।
ধনু ধৰি বভ্ৰুবাহা সমৰক ধাইলা ॥
পদ্মাক্ষ বীৰেও বজ্ৰ শেলপাট এৰে।
বভ্ৰুবাহা বাণ আকাশত কাটি পাৰে ॥ ৩৪৬৭৩
শৰক প্ৰহাৰি সিংহনাদক পুৰিলা।
বীৰঢাক দুন্দুভি বিশাল বাদ্য কৈলা ॥
কোপিলেক বভ্ৰুবাহা সমৰে দুৰ্ব্বাৰ।
পাঞ্চ শৰে ধনু কাটি নিবাৰিল তাৰ ॥ ৩৪৬৭৪
বায়ুবেগে শৰ তাৰ কৰিলা সঞ্চাৰ।
হৃদয় ভেদিয়া পাৰে পদ্মাক্ষ কুমাৰ ॥
ধনু শৰ ছত্ৰ দণ্ড কাটি শৰে একে।
ৰথ খান খণ্ড খণ্ড কৰিলা কৌতুকে ॥৩৪৬৭৫
সাৰথিৰ মাথাগোট শৰে কৈলা চুৰ।
ৰথেসমে বভ্ৰুবাহা পঠাই কতো দুৰ ॥
সাগৰ অন্তৰে গিৰি পৃথিৱী ভ্ৰময়া।
অৰ্জ্জুনৰ আগে পুনু শৰে থৈলা নিয়া ॥ ৩৪৬৭৬
ৰথ ছেদি ঘোৰাসব ছেদিলন্ত বাণে।
কাহাকো দুখান কৰি অস্ত্ৰ বুকে হানে ॥
হেন দেখি তাম্ৰধ্বজ ধাইলা কোপ কৰি।
দেৱৰাজ ধাৱে যেন বিনাশিবে গিৰি ॥ ৩৪৬৭৭
বায়ুবেগে এৰিলেক প্ৰচণ্ড মুষল।
আকাশে ভ্ৰময় ৰথ পেশে মহীতল ॥
পৰিল মুষলগোট বজ্ৰৰ সমান।
পদ্মাক্ষে ভাঙ্গিলা তাম্ৰধ্বজ ৰথখান ॥ ৩৪৬৭৮
মুষলৰ ঘাৱে ৰথখান যে ভাঙ্গিলা।
মৰ্ম্মস্থানে ভেদি সাৰথিৰ প্ৰাণ লৈলা ॥
আন ৰথে চৰি তাম্ৰধ্বজ বীৰে ধাইলা।
সূৰ্য্যৰ সমান বীৰ প্ৰতাপে কোপিলা ॥ ৩৪৬৭৯
হেন অলঙ্কাৰ অঙ্গে দেখিতে প্ৰচণ্ড।
ভয়ে চন্দ্ৰহাসৰ বাহিনী দিলা ভঙ্গ ॥
তাম্ৰধ্বজ দলে যে কৰয় সিংহনাদ।
দেখিয়া পদ্মাক্ষ বীৰে কৰয় বিষাদ ॥ ৩৪৬৮০
ধনুক আস্ফালি কৰে বাণ বৰিষণ।
তাম্ৰধ্বজ ৰথ সমে উৰাইলা গগন ॥
পাঞ্চশৰ তাম্ৰধ্বজে এৰিলেক কোপে।
পদ্মাক্ষক দৃঢ় কৰি হানিলা আটোপে ॥ ৩৪৬৮১
কাল সৰ্পসম বীৰ ৰণে মূৰ্চ্ছা গৈলা।
দৃঢ়তৰ তাম্ৰধ্বজ ললাটে হানিলা ॥
ললাটৰ ঘাৱে বীৰ নেপেখে খানিকে।
ধনু টানি পাঞ্চবাণে হানিলা তাহাকে ॥ ৩৪৬৮২
তাম্ৰধ্বজ বীৰবৰ ৰথত পৰিলা।
খানিকে চেতন পাই তেখনে উঠিলা ॥
ধনু লৈয়া যুৱৰাজ ধাইলন্ত তেখন।
কিবা ইন্দ্ৰসম ধাইলা প্ৰবেশিয়া ৰণ ॥ ৩৪৬৮৩

এৰিল পৰ্ব্বত বাণ সত্যক স্মৰিয়া।
মূৰ্ত্তিমন্ত গিৰি আসে আকাশ ছানিয়া॥
পৰ্ব্বতক দেখি ভয় পাইলা সেনাগণ।
তাম্ৰধ্বজে গিৰি চূৰ্ণ কৰিলা তেখন॥ ৩৪৬৮৪
পাণ্ডৱৰ সৈন্যে কৰে জয় জয় নাদ।
মহাবীৰ তাম্ৰধ্বজে কৰে সিংহনাদ॥
সিংহনাদ শুনি বৰ কোপে ৰাজাসুত।
হানিলা ত্ৰিশূলগোট যেন যমদূত॥ ৩৪৬৮৫
শূল হানি তাম্ৰধ্বজ বাহুক ভেদিলা।
মহাবীৰ তাম্ৰধ্বজ প্ৰকোপে জ্বলিলা॥
হানিলা নৰাচ বাণ বজ্ৰৰ সমান।
পদ্মাক্ষৰ হৃদি পাৰ ভেদি ঘোৰ বাণ॥ ৩৪৬৮৬
দুইবীৰ ধৰ্ম্মময় পৰম বৈষ্ণৱ।
দুহান দাৰুণ অস্ত্ৰে দুহাঙ্কো ভেদয়॥
মহাবীৰ দুইজনে সূৰ্য্য সম জ্বলে।
দুহানে প্ৰহাৰে দুয়ো নিবাৰয় হেলে॥ ৩৪৬৮৭
তৰুণ কোমল দুই সিংহৰ বিক্ৰম।
বিষম সন্ধান কৰে কালান্তক যম॥
একয় বয়স দুয়ো আতি নিকাৰুণ।
সমৰে দুৰ্জ্জয় দুয়ো কেহো নহে ঊন*॥৩৪৬৮৮ *হীন
ৰণভূমি দুই বীৰে ভ্ৰমে কৌতুহলে।
ফিৰি ফিৰি দুয়ো যুজে সমুখে বিমুখে॥
দুইৰো অস্ত্ৰঘাৰে দুয়ো নেই সূৰ্য্যলোক।
কেৰে কেৰে তীক্ষ্ণবাণ হাণে মধ্যবুক॥ ৩৪৬৮৯
সাগৰৰ অন্তে পৃথ্বী ভ্ৰমায়ে শৰীৰে।
দাৰুণ প্ৰহাৰে দুয়ো প্ৰহাৰয় শৰে॥
কুলীশৰ ঘাৰে বীৰ তাম্ৰধ্বজ মাৰে।
হৃদয়ৰ ঘাৰে বীৰ পৰিল নিৰ্ভৰে॥ ৩৪৬৯০
অন্ধকাৰ দেখি বীৰে ছাৰয় নিশ্বাস।
চেতনক পায়া উঠি চাৰে চাৰি পাশ॥
যুৰিলা বৈষ্ণৱী বাণ বীৰ মন্ত্ৰবলে।
পদ্মাক্ষেও প্ৰহাৰ কৰয় বক্ষস্থলে॥ ৩৪৬৯১
অমোঘ বৈষ্ণৱী বাণ এৰণ নযায়।
মৰ্ম্মঘাৰে তাম্ৰধ্বজ পৰি মূৰ্চ্ছা যায়॥
হৃদয়ত পশি বাণ পৰে সেহি স্থানে।
হৃদয়ে পৰিয়া বাণ ভেদিলা সন্ধানে॥ ৩৪৬৯২
অমোঘ বৈষ্ণৱ বাণে হৃদয় ভেদিল।
যেন বীৰ্য্যৱন্ত সৰ্প হৃদি বাসা কৈল॥
মৰ্ম্মঘাৰে তাম্ৰধ্বজ পৰিল ভূমিত।
চুম্বুকি চুম্বুকি মুখে পৰয় শোণিত॥ ৩৪৬৯৩
মাথাৰ মুকুট বীৰে কাটিলা তেখনে।
আৰো পাঞ্চবাণ তেবে হানিলা সন্ধানে॥
ৰথ ধ্বজ ছত্ৰ ধনু কাটি টোণ বাণ।
চন্দ্ৰহাসসুত বীৰ বৈষ্ণৱ সমান॥ ৩৪৬৯৪
কৃষ্ণক পাৰ্থক যেই কৰিলা মোহিত।
হেন বীৰ তাম্ৰধ্বজ পৰিল ভূমিত॥
দুই বীৰ লৈয়া যেই উঠিল আকাশে।
আচাৰিয়া বাহুবলে ভূমিতলে পেশে॥ ৩৪৬৯৫
বভ্ৰুবাহা বীৰ যেই তোষিলেক ৰণ।
কৃষ্ণে যাক প্ৰশংসিলা বুলি ধন্য ধন্য॥
হেন বীৰ নিপাতিলা চন্দ্ৰহাসসুত।
পাণ্ডৱৰ সৈন্যে বোলে কিনো অদভুত॥৩৪৬৯৬
ৰথে চৰি দুই বীৰ ফুৰে একসঙ্গে।
দেখিয়া পাণ্ডৱী সেনা ৰণে দিলা ভঙ্গে॥
মহাভয়ে পলাই যাই সবে সেনাগণ।
নিস্তাৰ কৰিয়ো পাৰ্থ পশিলো শৰণ॥ ৩৪৬৯৭
দেখিয়া অৰ্জ্জুন তেবে বিস্ময় মনতে।
দুই শিশু সব সৈন্য জিনিলা ৰণতে॥
চন্দ্ৰহাসসুত দুই বলত অধিক।
কৈলাশৰ আইলা যেন গণেশ কাৰ্ত্তিক॥ ৩৪৬৯৮
সিংহ অৱতাৰ দুই ফুৰয় সমৰে।
বাণবৃষ্টি কৰে দুই সৈন্যৰ উপৰে॥
ৰথৰ গৰ্জ্জন যেন প্ৰলয়ৰ মেঘ।
ৰণে ধাই যাই যেন দুই গোটা বাঘ॥ ৩৪৬৯৯
কাহাৰো কাটিলা ধনু গুণ টোণ বাণ।
প্ৰচণ্ডবাণক এৰে তীক্ষ্ণ ক্ষুৰ শান॥
অসংখ্য কাটিল সৈন্য বিষম সন্ধানে।
অনল পশিল যেন শুকান কাননে॥ ৩৪৭০০

ৰক্তে নদী বহি যাই ধৰণীমণ্ডলে।
সৈন্যসব ভাসি যায় তৰঙ্গ মিসলে॥
গজমুণ্ড শুণ্ড কাটে ৰথী ৰথ ধ্বজ।
নদীত ভাসিয়া যাই নৰ অশ্ব গজ॥ ৩৪৭০১
শগুন শৃগাল কঙ্ক কাক আদি কৰি।
শৃগাল কুকুৰে মাংস খাই পেট ভৰি॥
ভূত-প্ৰেত পিশাচে বেঢ়িয়া মাংস খায়।
গজমুণ্ড হাতে ধৰি শঙ্খক বজায়॥ ৩৪৭০২
চৰয় ভৈৰৱগণ গজ ৰক্ত পিয়ে।
চৌষষ্টি যোগিনীসবে ভ্ৰমিত বেঢ়ায়ে॥
আকাশত ৰঙ্গ চায়ে সবে দেৱগণ।
চন্দ্ৰহাসসুত পাৰ্থ সমে কৰে ৰণ॥ ৩৪৭০৩
দুন্দুভি নিশান বাজে চন্দ্ৰহাস দলে।
দুই বীৰ ৰণ চাৱে দেৱে কৌতূহলে॥
পাণ্ডৱৰ দলে কৰে জয় জয় নাদ।
দুই দলে ভৈলা তথা ঘোৰ বিসম্বাদ॥ ৩৪৭০৪
বিশাল অস্ত্ৰক হানে সৈন্য ভয়ঙ্কৰ।
পৰিলা অসংখ্য সেনা ৰণৰ ভিতৰ।
হাহাকাৰ কৰে সৈন্যে ৰণৰ ভিতৰে॥
পৰিলা অসংখ্য সেনা গৈল যমঘৰে॥ ৩৪৭০৫
বাক এৰি দুই ভাই খড়্গে খেদি যায়।
পলাৱে বাহিনীসব পাচক নচায়॥
সিংহ দুই পশে যেন মধ্যত মৃগৰ।
সবাকে বিনাশে দুই ৰাজাৰ কুমাৰ॥ ৩৪৭০৬
কাৰো বাহুযুগ কাটে কাৰো কাটে মাথ।
কাৰো খুৰ বাণ কেশ মুণ্ডে যেন প্ৰেত॥
দুই কুমাৰৰ যুদ্ধ দেখিয়া অৰ্জ্জুনে।
ধন্য ধন্য বুলি সবে প্ৰশংসিলা মনে॥ ৩৪৭০৭
কৃষ্ণে বোলে চন্দ্ৰহাস বিষ্ণু পৰায়ণ।
যেন পিতা তেন পুত্ৰ ভাল কৰে মন॥
ভাগ্যৱন্ত জনৰ সাফল হৱে কাৰ্য্য।
সৰ্ব সৈন্য জিনিলেক দুই যুৱৰাজ॥ ৩৪৭০৮
বভ্ৰুবাহা তাম্ৰধ্বজ মহাৰথী ৰণে।
দুই শিশু ৰথমধ্যে কাকো নাহি গুণে॥
হেন যদি বাসুদেৱ বুলিলা বচন।
লাজে ভয়ে ৰথে চৰি চলে ৰাজাগণ॥ ৩৪৭০৯
শিখাধ্বজ অনিৰুদ্ধ সুবেগ সাত্যকি।
কৃতবৰ্ম্মা প্ৰদ্যুম্ন যে যত যুদ্ধপতি॥
পাণ্ডৱ যাদৱ আদি যত বীৰভাগ।
ৰথে চৰি গৈলা সবে কুমাৰৰ আগ॥ ৩৪৭১০
ইন্দ্ৰৰ কাৰ্ম্মুক প্ৰায় ধনুগুৰ্ণ হাতে।
হাস্যমুখ কৰি সবে প্ৰবেশে ৰণতে॥
সাত্যকি পদ্মাক্ষে দুই কৰে ঘোৰ ৰণ।
প্ৰদ্যুম্নে মকৰধ্বজে সমৰ তেখন॥ ৩৪৭১১
পাঞ্চবাণ পদ্মাক্ষে হানিলা সাত্যকিক।
সাত্যকিয়ো তিনি বাণ হানে পদ্মাক্ষক॥
আৰো দশ বাণ বীৰে কৰিলা সন্ধান।
পদ্মাক্ষৰ ধনু কাটি কৰে খান খান॥ ৩৪৭১২
আৰো ধনু লৈয়া বীৰ ক্ষুৰ বাণ ঘায়।
সাত্যকিৰ ধনু ছেদি কৰে তৃণ প্ৰায়॥
মহাবীৰ প্ৰচণ্ড সমৰে মহাবলী।
তিনিশত ধনু ছেদ কৰে ৰণস্থলি॥ ৩৪৭১৩
মহাক্ৰোধে ধনু ছেদ কৰে দুয়ো বীৰে।
তীক্ষ্ণ বাণে দুহানৰ ভেদয় শৰীৰে॥
ৰথ এৰি দুই বীৰ নামিল ধৰণী।
গদা ধৰি ধাৱে যেন প্ৰচণ্ড অগনি॥ ৩৪৭১৪
গদাৰ উপৰে গদা মাৰে ঘনে ঘন।
অগনিৰ কণা উঠে দেখি বিস্ময়॥
চক্ৰাকাৰে ফুৰে দুই বিষম সমৰে।
পদ্মাক্ষে মাৰিলা গদা সাত্যকি উপৰে॥ ৩৪৭১৫
গদাৰ উপৰে গদা শুনি ভয়ঙ্কৰ।
সাত্যকিয়ে গদা মাৰে তাহাৰ উপৰ॥
মহাবীৰ সাত্যকিয়ো ৰণে মহাবলী।
গদা মাৰি পদ্মাক্ষক লৰিলা কঙ্কালি॥ ৩৪৭১৬
দুই গদা প্ৰহাৰত দুহাৰো ভাঙ্গিল।
পুনৰপি দুই বীৰ ৰথত চৰিল॥
ইন্দ্ৰৰ সমান ধনু ধৰি দুই বীৰ।
অস্ত্ৰঘাৱে ভেদিলেক দুহানো শৰীৰ॥ ৩৪৭১৭

অৰ্দ্ধচন্দ্ৰে সাত্যকিয়ে মাৰে পদ্মাক্ষক।
পদ্মাক্ষেয়ো বজ্ৰবাণ হানে সাত্যকিক ॥
অলক্ষিত গতি যেন বাণে আসে ধায়া।
সাত্যকিৰ হৃদয়ত ৰহিল সোমায়া ॥ ৩৪৭১৮
বিষ্ণুমন্ত্ৰ স্মৰি বাণ মাৰে মহাবীৰ।
শৰঘাৱে সাত্যকিৰ জৰ্জ্জৰ শৰীৰ ॥
পিঠি নিকলিয়া বাণ ভৈলন্ত বাহিৰ।
শৰঘাৱে পৰিল সাত্যকি মহাবীৰ ॥ ৩৪৭১৯
মাথাৰ মুকুট বীৰে কাটি তীক্ষ্ণ বাণে।
হাতৰ কঙ্কণ কাটি সাৰথিক হানে ॥
পদ্মাক্ষৰ বাণে যদি সাত্যকি পৰিল।
প্ৰদ্যুম্নে মকৰধ্বজে সমৰ লাগিল ॥ ৩৪৭২০
প্ৰদ্যুম্নক দেখি বীৰ চন্দ্ৰহাসসুত।
শিলিমুখ পাঞ্চবাণ হানে সমৰত ॥
শৰঘাৱে প্ৰদ্যুম্ন কোপিলা অগ্নিসম।
মহিষে চৰিয়া যেন খেদি যাই যম ॥ ৩৪৭২১
শৰবৃষ্টি আৰম্ভিলা নেদেখি প্ৰকাশ।
ক্ষুৰ বাণ প্ৰহাৰিলা সুত চন্দ্ৰহাস ॥
শৰঘাৱে কামদেৱ কোপিলা তেখন।
পৰ্ব্বতক লাগি যেন কোপিল পৱন ॥ ৩৪৭২২
পাঞ্চবাণ হানিলা মকৰধ্বজ হৃদি।
আৰো চাৰি বাণে তাৰ চাৰি ঘোৰা ছেদি ॥
ৰথচন্দ্ৰ অৰ্দ্ধচন্দ্ৰে কৰে দুই ভাগে।
ৰথৰ সাৰথি তাৰ কাটিলন্ত আগে ॥ ৩৪৭২৩
সৰ্ব্ব সৈন্য কাটি কামে কৰিলা জৰ্জ্জৰ।
কেহো অচেতন কেহো গৈলা যমঘৰ ॥
মকৰাক্ষ ধাই গৈলা আন ধনু লৈয়া।
আন ৰথে চৰি বীৰসব সাজে গৈয়া ॥ ৩৪৭২৪
ধনুক টানিয়া এৰিলন্ত তিনি শৰ।
চলন্ত সহস্ৰ হয় আতি ভয়ঙ্কৰ ॥
শতেক সহস্ৰ হয়ে বাণ মন্ত্ৰবলে।
লক্ষ গোটা হুয়া পৰে পাণ্ডৱৰ দলে ॥ ৩৪৭২৫
এহিমতে ৰণ ভৈলা তৃতীয় প্ৰহৰ।
দুই বীৰে অন্যো অন্যে নিবাৰয় শৰ ॥

শৰে চাইল দুই বীৰ আকাশমণ্ডল।
বায়ুৰ প্ৰসাৰ নাহি সূৰ্য্য দূৰ গৈল ॥ ৩৪৭২৬
মহাবীৰ প্ৰদ্যুম্ন প্ৰচণ্ড মহাযশী।
চন্দ্ৰহাস সৈন্যক যে কৰে ভস্মৰাশি ॥
বাণ মাৰি মকৰাক্ষ বক্ষত হানিলা।
কামদেৱে ৰথছত্ৰ তেখনে ছেদিলা ॥ ৩৪৭২৭
চন্দ্ৰহাসসুত ধাইলা ক্ৰোধে ধনু ধৰি।
চক্ৰবাণ এৰিলেক স্মৰিয়া শ্ৰীহৰি ॥
কনকে ৰচিত পাখি কাল শৰমুখে।
সন্ধান কৰিয়া হানে কামদেৱ বুকে ॥ ৩৪৭২৮
দৃঢ় কৰি হানিলা হৃদয় বিদাৰিলা।
সুমেৰুৰ শৃঙ্গ যেন ভাঙ্গিয়া পৰিলা ॥
মূৰ্চ্ছা যাই কামদেৱ পৰে ভূমিতলে।
আদিত্য পৰিল যেন ধৰণীমণ্ডলে ॥ ৩৪৭২৯
কৃষ্ণৰ সমুখে পৰে প্ৰদ্যুম্ন কুমাৰ।
চন্দ্ৰহাস দলে ভৈলা মঙ্গল অপাৰ ॥
দুই বীৰ নৃত্য কৰে সিংহনাদ কৰি।
দুই যম আইলা যেন হাতে ধনু ধৰি ॥ ৩৪৭৩০
বামে ডাইনে দুয়োহাতে ধনু প্ৰচাৰিয়া।
পৰ্ব্বতত মেঘ যেন ফুৰে মত্ত হুয়া ॥
অসংখ্য বাহিনী কৃষ্ণ অৰ্জ্জুন সহিত।
দুই শিশু ৰণ দেখি মনে পালা ভীত ॥ ৩৪৭৩১
শৰতৰ সূৰ্য্য যেন মধ্যাহ্ন দিবাত।
সেহিমতে গৈলা শিশু পাৰ্থৰ সম্মিত ॥
হংসধ্বজ বীৰ তেৱে দেখিয়া দক্ষিণে।
হৃদয় বিদাৰে তাৰ হানি তিনি বাণে ॥ ৩৪৭৩২
নীলধ্বজ সুবেগ প্ৰভৃতি অনিৰুদ্ধ।
পাঞ্চ পাঞ্চবাণ হানি কৰয় নিৰোধ ॥
যেই সেই বীৰ আসে দেখয় সমুখে।
তীক্ষ্ণ বাণ তাহাক হানয় মধ্য বুকে ॥ ৩৪৭৩৩
ভঙ্গ দিলা বাহিনী পাচক নাহি চাই।
ধনু ধৰি দুই বীৰ নিবাৰিয়া যায় ॥
বহু মৃগ মাজে যেন সিংহ পশে কোপে।
সেহিমতে ধাইলা শিশু প্ৰচণ্ড প্ৰতাপে ॥ ৩৪৭৩৪

পলায়ে পাণ্ডৱী সেনা ছাৰিয়া নিশ্বাস।
ৰণ ছাৰি গৈলা সবে অৰ্জ্জুনৰ পাশ ॥
কেহো বোলে উলটিয়া যাইবো হস্তিনাক।
কেহো বোলে পাৰ্থ চাহি আছাহা আমাক॥৩৪৭৩৫
স্ত্ৰী পুত্ৰে ধন জন সকলে ত্যজিয়া ॥
সবে বোলে আমি যাইবো দেশান্তৰী হুয়া ॥
জ্ঞাতিবধ পাপ ভয়ে ৰাজা যজ্ঞ কৰে।
কি কৰি ধৰ্ম্ম আৰ প্ৰাণ গৈলে তাৰে ॥৩৪৭৩৬
এহি বুলি ভাগে কেহো দেখি ঘোৰ ৰণ।
লজ্জায়ে ৰহিলা কেহো অৰ্জ্জুনৰ সম ॥
কৈত দেখি হেন জন যম অৱতাৰ।
অপাৰ বাহিনী দুই কৰিলা সংহাৰ ॥ ৩৪৭৩৭
পূৰ্ব্বত শুনিয়া আছো শ্ৰীৰামনন্দন।
শ্ৰীৰামৰ সৈন্য নিপাতিলা দুইজন ॥
শ্ৰীৰাম লক্ষ্মণ যে ভৰত শত্ৰুঘন।
বহু অক্ষৌহিণী সেনা কৰিলা নিধন ॥ ৩৪৭৩৮
সকলে বধিলা দুই লৱ কুশ ভাই।
তেন চন্দ্ৰহাস সুত দেখিলো পৰায় ॥
বিস্ময় দেখিলা পাৰ্থে ভৈলা উপাগতে।
কপিধ্বজ তুলিলা গাণ্ডীৱ লৈলা হাতে ॥ ৩৪৭৩৯
মহাবীৰ ধনঞ্জয় সমৰে বিখ্যাত।
দৰ্প কৰি বোলে বীৰ পদ্মাক্ষ আগত ॥
পদ্মাক্ষেও ধাই গৈলা ঊৰ্দ্ধবাহু কৰি।
শৃঙ্গ তুলি ধাই যেন হিমাচল গিৰি ॥ ৩৪৭৪০
প্ৰলয়ৰ সূৰ্য্য সম কৰে বীৰ দৰ্প।
দুই বীৰ সিংহ সম যেন কালসৰ্প ॥
অৰ্জ্জুনক দেখি তেবে বোলয় পদ্মাক্ষে।
পৰিচয় নেদা কেনে হুয়া যে সমুখে ॥ ৩৪৭৪১
লোক মুখে শুনি আছো বীৰ ধনঞ্জয়।
অভিপ্ৰায় দেখো সেহি মোৰ মনে লয় ॥
অকাৰণে ঘোৰা লৈয়া আইলা পাৰ্থ এথা।
বৈৰীভাৱে আসা যদি নৰহিব মাথা ॥ ৩৪৭৪২
এহি বুলি প্ৰহাৰিলা পাঞ্চগোটা শৰ।
ৰজ্জৰন্তে পৰিলেক অৰ্জ্জুন উপৰ ॥
কোপ কৰি পাঞ্চশৰ এৰিলা অৰ্জ্জুন।
আকৰ্ণ পূৰিয়া টানি গাণ্ডীৱৰ গুণ ॥ ৩৪৭৪৩
পাঞ্চশৰ কাটিলা পদ্মাক্ষ মহাবল।
তিনি বাণ হানিলেক পাৰ্থবক্ষস্থল ॥
মহাবীৰ অৰ্জ্জুন হানিলা ক্ষুৰ শান।
পদ্মাক্ষৰ ডাইন ভুজে পৰিলা তেখন ॥৩৪৭৪৪
সিংহনাদ কৰি বীৰ ধনু লৈলা হাতে।
ক্ৰোধে দুৰে যাই যেন ত্ৰিপুৰ দহন্তে ॥
খাণ্ডৱ দহন্তে যেন জ্বলে হুতাশন।
মহিষে ধাইয়া গৈলা যেন কালযম ॥ ৩৪৭৪৫
অৰ্দ্ধচন্দ্ৰ বাণগোট মাৰে ঘোৰ যুদ্ধে।
অৰ্জ্জুনৰ ধনুৰ্গুণ শৰঘাৰে ছেদে ॥
আৰো ধনুৰ্গুণ দিয়া বীৰ ধনঞ্জয়ে।
ভেদিলেক কোপ কৰি পদ্মাক্ষ হৃদয়ে ॥ ৩৪৭৪৬
মৰ্ম্মঘাৰে চলে বীৰ ধনুৰ্গুণ লৈয়া।
অৰ্জ্জুনে হানিলা তেবে কৱচ ভেদিয়া ॥
কৱচ ভেদিয়া বাণ মুখ গৈলা ভাঙ্গি।
অগনিৰ কণা যেন উঠিলেক ৰাগি ॥ ৩৪৭৪৭
আৰো বাণ প্ৰহাৰিলা কুমাৰ প্ৰচণ্ড।
সেহি শৰ অৰ্জ্জুনে যে কৰে খণ্ড খণ্ড ॥
দুই বীৰ শৰবৃষ্টি আকাশ ভৰিল।
বায়ুৰ সঞ্চাৰ নাই অন্ধকাৰ কৈল ॥ ৩৪৭৪৮
মহাবীৰ পদ্মাক্ষেয়ো এৰে কৰ্ণিকাৰ।
শৰজাল গুচাইলা কাটিয়া অন্ধকাৰ ॥
এৰিলা বৰুণ বাণ কোপিয়া নিৰ্ভৰে।
মহাবৃষ্টি শিলা পৰে অৰ্জ্জুন উপৰে ॥ ৩৪৭৪৯
ঘনে বায়ু শব্দ কৰে কম্পে কলেৱৰ।
বাদ্য ভাণ্ড অস্ত্ৰ বস্ত্ৰ তিন্তিল বিস্তৰ ॥
চামৰ পতাকা ধ্বজ উৰাইলা আকাশে।
কত সৈন্য উৰাই নিলা প্ৰচণ্ড বতাসে ॥ ৩৪৭৫০
মহাবীৰ অৰ্জ্জুনে জুৰিলা বায়ু বাণ।
সূৰ্য্য প্ৰকাশিত মেঘ জুৰি খান খান ॥
আতপে শুকাইলা বস্ত্ৰ পতাকা চামৰ।
সৰ্ব সৈন্য ৰক্ষা কৈলা পাৰ্থ ধনুৰ্দ্ধৰ ॥ ৩৪৭৫১

মহাকোপে অৰ্জ্জুনেয়ো হানে অগ্নিবাণ।
পদ্মাক্ষে বৰুণ বাণ কৰিলা সন্ধান ॥
কাটিয়া বৰুণ বাণে অগ্নি কৈলা পানী।
সৈন্যসব কাটি পাৰে বিষম সন্ধানি ॥৩৪৭৫২
পদ্মাক্ষৰ বাণ যেন বিদ্যুত সঞ্চাৰ।
ৰথী ৰথ গজ বাজী কাটিলা অপাৰ ॥
অস্ত্ৰ ঘাৱে দুই বীৰে সৈন্য কৰে ছেদ।
শৰে অন্ধকাৰ কৈল নাহি আত্মা ভেদ ॥৩৪৭৫৩
সৈন্য মাথে বাণ এৰে ধনুগু´ণ মাজি।
কোপে মকৰাক্ষে পাচে কাটে গজ বাজী ॥
দুই ভাইৰ শৰঘাৱে সৈন্য মোহ কৰি।
অসুৰ বধিবে যেন ধাইলা হৰগৌৰী ॥ ৩৪৭৫৪
চন্দ্ৰহাস পুত্ৰ দুই সৈন্য বধে তেবে।
ৰথ হস্তী ৰণ ভাসে নাচয় ভৈৰুৱে ॥
শ্ৰীৰাম ৰাৱণে যেন কৰিলা সমৰ।
পদ্মাক্ষে অৰ্জ্জুনে ৰণ কৰে গুৰুতৰ ॥ ৩৪৭৫৫
অৰ্জ্জুনক লাগি বীৰে সন্ধান কৰিলা।
দৃঢ় কৰি পদ্মাক্ষেও হৃদয় ভেদিলা ॥
শৰ ঘাৱে পাৰ্থ বীৰ বিমূৰ্চ্ছিত ভৈল।
কৃষ্ণ বাসুদেৱ মাত্ৰ মনত স্মৰিল ॥ ৩৪৭৫৬
সুস্থ ভৈলা ৰক্ত মচি পুলকিত তনু ॥
পদ্মাক্ষে টঙ্কাৰি কৈলা কাল প্ৰায় ধনু।
ব্যথা সাম্বৰিয়া কোপে হানে তীক্ষ্ণবাণ।
ৰথহন্তে ৰহিলন্ত পাৰ্থ গুণবাণ ॥ ৩৪৭৫৭
কপিধ্বজ কাটিলন্ত অৰ্দ্ধচন্দ্ৰ ঘাৱে।
বলবীৰ্য্য হত ভৈল অৰ্জ্জুনৰ গাৱে ॥
মহামন্ত্ৰ জপিয়া চিন্তিলা নাৰায়ণ।
এৰিলা বৈষ্ণৱ বাণ সন্ধাতে পৱন ॥ ৩৪৭৫৮
অৰ্জ্জুনে এৰিলে বাণ নিবাৰিবে নৰে।
বজ্ৰাঘাতে ভেদিলেক পদ্মাক্ষি শৰাৰে ॥
পদ্মাক্ষে এৰিলা বাণ টানি ধনুগু´ণ।
মুৰ্চ্ছা যাই ধৰণীত পৰিলা অৰ্জ্জুন ॥ ৩৪৭৫৯
চক্ৰে প্ৰহাৰিয়া মৰ্ম্মে হানিলেক বাণে।
হৃদয় ভেদিয়া পাৰ্থ পৰে কৃষ্ণাসনে ॥
একস্থানে পৰিলেক পাৰ্থ ভগৱান।
ৰথে চৰি দুই ভাই গৈলা বিদ্যমান ॥ ৩৪৭৬০
সুমেৰু পৰ্ব্বত যেন কৃষ্ণ পাৰ্থ পৰে।
শীঘ্ৰে চন্দ্ৰহাসসুত গৈলন্ত নিয়ৰে ॥
দেখিল পৰিয়া আছে অশেষ বাহিনী।
কোলে কৰি কৃষ্ণে লৈয়া পদ্মাক্ষে আপুনি ॥ '৬১
মকৰাক্ষে অৰ্জ্জুনক তুলি লৈলা ৰথে।
ধনু ধৰি দুই ভাই নাচন্ত তথাতে ॥
যত সব বীৰ ৰথ ধ্বজ ছত্ৰ দণ্ড।
শৰ হানি দুই ভাই কৰে খণ্ড খণ্ড ॥ ৩৪৭৬২
সাৰথিৰ মুকুট কাটিল তীক্ষ্ণ বাণে।
কৱচ কুণ্ডল কাটে হানে মৰ্ম্মস্থানে ॥
ধ্বজ পতাকাক কাটি নাচে বাহু তুলি।
ত্ৰিভুৱন পতি কৃষ্ণ লৈয়া কৰে কেলি ॥ ৩৪৭৬৩
বজাৱে দুন্দুভি ঢাক মৃদঙ্গ প্ৰভৃতি।
বীণা বাঁশী শঙ্খ বাৱে নাচে যুদ্ধপাতি ॥
বেঢ়িয়া সহস্ৰ ৰথে লৈয়া কৃষ্ণাৰ্জ্জুন।
আনো যত ৰাজাগণ সমৰে নিপুণ ॥ ৩৪৭৬৪
কেহো হাসে কেহো নাচে কেহো যন্ত্ৰ বায়।
সংসাৰৰ পতি কৃষ্ণ বান্ধি লৈয়া যায় ॥
পুৰীমধ্যে লৈয়া কৃষ্ণ পাৰ্থ দুই জন।
আনো সব ৰাজা তাত নিলেক প্ৰধান ॥৩৪৭৬৫
ক্ষণেকে চেতন পালা গোবিন্দ অৰ্জ্জুন।
বল বীৰ্য্য হত ভৈলা আছয় পৰাণ ॥
পৰাজয় ভৈলা পাৰ্থ সকলে বাহিনী।
তাৰাসবে অপমানে দহয় পৰাণী ॥৩৪৭৬৬
যুদ্ধে জিনি সকলে বাহিনী কৈলা হত।
কৃষ্ণৰ প্ৰসাদে জীলা বীৰ যত যত।
ৰণ জিনি দুই ভাই সিংহ অৱতাৰ।
কৃষ্ণক সম্বোধি বোলে গৰু ৰাখিবাৰ ॥ ৩৪৭৬৭
গোকুলত পূৰ্ব্বে কৃষ্ণ ৰাখিছা গোধন।
মোৰ বাক্যে সেহি কৰ্ম্ম কৰা নাৰায়ণ ॥
ত্ৰিভুৱন ৰাখ তুমি নাপালাহা ভাল।
কিবা সুখ পায়া ভৈলা গোবিন্দ গোপাল॥৩৪৭৬৮

সিকাৰণে তোমাক দিলোহো এহি ভাৰ ।
মুক্তি পদ পায়া থাকিবোহো কাল চিৰ ॥
অনন্ত ব্রহ্মাণ্ড যাৰ কোপে হোৱে তল ।
তপোবলে হৰি লৈয়া কৰে কৌতূহল ॥ ৩৪৭৬৯
অর্জ্জুনক বৎস আনি দিলা ৰাখিবাক ।
বভ্রুবাহা নিয়োজিলা নৃত্য কৰিবাক ॥
হংসধ্বজ নীলধ্বজ শিখীধ্বজ ৰাজা ।
আসম্বাক নিয়োজিলা দেৱতাৰ কার্য্য ॥ ৩৪৭৭০
যৌৱনাশ্ব অনুশাল ঘোটক ৰাখিতে ।
আদেশিলা যাৰ যেহি কর্ম্মক কৰিতে ॥
আন যত ৰাজা সব বান্ধিয়া ৰাখিল ।
অপমান দিয়া নানা কার্য্যে নিয়োজিল ॥৩৪৭৭১
তেবে চন্দ্রহাস ৰাজা ৰথত চৰিয়া ।
কৃষ্ণক চাহিবে গৈলা আনন্দিত হুয়া ॥
চন্দ্রহাস দেখি বোলে বীৰ ধনঞ্জয় ।
কৃষ্ণক সম্বোধি বোলে শুনা দায়াময় ॥ ৩৪৭৭২
চন্দ্রহাস আসে দেখা যেন পুণ্যময় ।
হেৰা দেখা সর্ব্ব সৈন্য সঙ্গে সমুদায় ।
ধন্য ধন্য আমাসাৰ সাফল জীৱনে ।
চন্দ্রহাস বৈষ্ণৱক দেখিবো নয়নে ॥ ৩৪৭৭৩
বিষ্ণু পৰায়ণ বীৰ মর্য্যাদা শৰীৰ ।
সদয় হৃদয় নানা গুণৰ মন্দিৰ ॥
কৃষ্ণ আগে এহি কথা কহিলেক পার্থ ।
সেহিকালে চন্দ্রহাস মিলিলা সাক্ষাত ॥৩৪৭৭৪
ৰথহন্তে নামি ৰাজা হৰিষ অপাৰ ।
দণ্ডৱতে প্রণাম কৰয় বাৰম্বাৰ ॥
পুত্রৰ কুকর্ম্ম দেখি ভৈলন্ত বিকল ।
বন্দী কৰি আনি আছে নৃপতিসকল ॥ ৩৪৭৭৫
গোবিন্দক নিয়োজিল গৰুৰ গোপাল ।
অর্জ্জুন প্রভৃতি বীৰ বান্ধিছে সকল ॥
হেন দেখি সবাৰে বন্ধন কৰি দুৰ ।
বোলে কৃষ্ণ তুষ্ট হোৱা জগত ঠাকুৰ ॥ ৩৪৭৭৬
নমো শঙ্খ চক্র পদ্ম গদাধৰ হৰি ।
নমো ত্রিভুবন পতি গোবিন্দ মুৰাৰি ॥
কৃতাঞ্জলি কৰি ৰাজা কৰে নানা স্তুতি ।
অপৰাধ ক্ষমা কৰা দেৱ যদুপতি ॥ ৩৪৭৭৭
স্তুতি নতি শুনি কৃষ্ণ ভকতবৎসল ।
আলিঙ্গন দিয়া তেবে ভুৱনমঙ্গল ॥
পার্থক সম্বোধি পাচে বুলিলা বচন ;
তুমি উঠি চন্দ্রহাস দিয়া আলিঙ্গন ॥ ৩৪৭৭৮
সহজে বান্ধৱ ৰাজা মান্যৱন্ত হয় ।
বিষ্ণুপৰায়ণ ৰাজা ধার্ম্মিক হৃদয় ॥
অর্জ্জুনে বোলয় শুনা দেৱ নাৰায়ণ ।
শুনন্তে অদ্ভুত কথা তোমাৰ বচন ॥ ৩৪৭৭৯
অনেক কহিছা পূর্ব্বে আমাৰ সংগ্রামে ।
ক্ষত্রক ভজিলে বৈৰী বাঢ়য় অধর্ম্মে ॥
কিকাৰণে হেন আজ্ঞা কৰা নাৰায়ণ ।
তোমাৰ বচনে প্রভু কম্পে মোৰ মন ॥৩৪৭৮০
সংগ্রাম কৰিয়া আসিয়াছে বৈৰী ভাৱ ।
তাতে কেনে কোল দিবে বোলাহা মাধৱ ॥
অর্জ্জুনৰ বাক্য শুনি বোলে নাৰায়ণ ।
শুনা পার্থ মন দিয়া আমাৰ বচন ॥ ৩৪৭৮১
ৰজত বসন দানে যত পুণ্য হয় ।
কপিলা স্বৰ্ণ দানে পুণ্য আতিশয় ॥
ততোধিক পুণ্য হৱে বৈষ্ণৱ প্রণামে ।
তীর্থ স্নান সাফল বৈষ্ণৱ দৰশনে ॥ ৩৪৭৮২
বৈষ্ণৱ দেখিয়া হিংসা কৰে যেহি জন ।
তাৰ সম পাপী নাহি ইতিনি ভুৱন ॥
কৃষ্ণবাক্যে হৰিষিত বীৰ ধনঞ্জয় ।
চন্দ্রহাস আলিঙ্গিয়া আনন্দ হৃদয় ॥ ৩৪৭৮৩
চন্দ্রহাস বোলে শুনা বীৰ ধনঞ্জয় ।
কিকাৰণে মোক আলিঙ্গিলা মহাশয় ॥
বৈৰীভাৱে ৰণ কৰি পুত্রৰ সহিত ।
মিত্রভাৱে আলিঙ্গিবে নহৱে উচিত ॥ ৩৪৭৮৪
কৃষ্ণক চিন্তিয়া পুত্রে সাধিলা সম্মান ।
ঘোৰা ধৰি তযু আগে কৰিলা সংগ্রাম ॥
হৃদয়ত কৃষ্ণ আসি ধৰিছে যিজনে ।
ৰণ জয় ভৈলো আমি সেহিসে কাৰণে ॥৩৪৭৮৫

কৃষ্ণ লৈয়া এথা আসি কৰিলো সংগ্ৰাম।
হৃদয় নাভাবে কৃষ্ণ সিদ্ধি নহে কাম ॥
হৃদয়ে চিন্তিয়া কৃষ্ণ কৰে যদি ৰণ।
তথু আগে স্থিৰ কেহো হৈবে কোন জন॥৩৪৭৮৬
সখা হেন গোবিন্দক দেখা সৰ্ব্বক্ষণ।
সিকাৰণে হৃদয়ে নাভাবা নাৰায়ণ ॥
পুনু হেন কৰ্ম্ম নকৰিবা ধনঞ্জয়।
হৃদয়ে চিন্তিয়া কৃষ্ণ জানা মহাশয় ॥ ৩৪৭৮৭
হৃদয়ে ভাবয় যিবা কৃষ্ণ গুণনিধি।
ত্ৰিভুবন নজানয় কৃষ্ণ অন্ত শুদ্ধি ॥
মোৰ পুত্ৰে হৃদয়ে ধৰিয়া কৃষ্ণপদ।
ত্ৰিভুৱনে মধ্যে তাৰ নাহিকে আপদ ॥ ৩৪৭৮৮
এহি কথা কহে চন্দ্ৰহাস মহাভাগে।
ঘোৰা লৈয়া দুই পুত্ৰ আইলা কৃষ্ণ আগে ॥
দুই বীৰে কৃষ্ণ আগে কৰয় প্ৰণতি।
অষ্টাঙ্গে প্ৰণাম কৰি কৰে নানা স্তুতি ॥৩৪৭৮৯
অপৰাধ ক্ষমা কৰা প্ৰভু দেৱহৰি।
তোমাৰ প্ৰসাদে ৰণ জিনিলো মুৰাৰি ॥
তোমাৰ চৰণ যেহি চিন্তে ভক্তি ভাৱে।
এভৱ সাগৰে সেহি নিশ্চয় নুযুৱে ॥ ৩৪৭৯০
শালগ্ৰাম ৰূপ তুমি ধৰি দামোদৰে।
তোমাৰ প্ৰসাদে প্ৰভু আপদে নধৰে।
তুমি বিনে গতি নাহি প্ৰভু দামোদৰ।
তুমিসে সহায় হুয়া আসিলা আমাৰ ॥ ৩৪৭৯১
অনেক কৰিলা স্তুতি চন্দ্ৰহাসসুতে।
তুষ্ট ভৈলা নাৰায়ণ কটাক্ষে চাহিতে ॥
সদয় হৃদয় ভৈলা দেৱ চক্ৰপাণি।
তুমি সম ধৰ্ম্ম কথা কৈত নাহি শুনি ॥ ৩৪৭৯২
তুমি ৰণ জিনিলাহা ভাবিয়া নিশ্চয়।
আমাৰ কপটে ৰণ হাৰে ধনঞ্জয় ॥
কৃষ্ণে বোলে তুমি তেনে যেন চন্দ্ৰহাস।
ভক্তিভাৱে ভৈলা তুমি জগতে প্ৰকাশ॥৩৪৭৯৩
বৰ তুষ্ট ভৈলা তেবে কৃষ্ণ ধনঞ্জয়।
প্ৰদ্যুম্ন প্ৰভৃতি বীৰ ৰাজা সমুচ্চয় ॥
সাত্যকি প্ৰভৃতি আৰো যত ৰাজাসুত।
চন্দ্ৰহাস দেখি তুষ্ট ভৈলন্ত বহুত ॥ ৩৪৭৯৪
আলিঙ্গন দিয়া সবে বভ্ৰুবাহ্য আদি।
সবে বোলে তুমি পাইছা কৃষ্ণ গুণনিধি ॥
তেবে চন্দ্ৰহাস ৰাজা কৃষ্ণ বিদ্যমানে।
উৎসৰ্গিয়া দিলা ৰাজ্য ধন বস্ত্ৰ সমে ॥ ৩৪৭৯৫
ৰথী ৰথ গজ বাজী দিব্য অস্ত্ৰ দিলা।
ভক্তিভাৱে গোবিন্দক পূজিয়া তুষিলা ॥
বস্ত্ৰ অলঙ্কাৰে ৰাজা সবাকে ভূষিলা।
দুই পুত্ৰ সমে কৃষ্ণচৰণে পৰিলা ॥ ৩৪৭৯৬
চন্দ্ৰহাস মহাৰাজ ধৰ্ম্ম মহামতি।
অৰ্জ্জুন প্ৰভৃতি ৰাজা পূজিলা তহিতি ॥
যাৰ ৰথ নাই তাক দিব্য ৰথ দেই।
যাৰ অস্ত্ৰ শস্ত্ৰ নাই দিলা মহাশয় ॥ ৩৪৭৯৭
সবাকে তুষিলা ৰাজা বিবিধ বিধানে।
কৃষ্ণে পুনু ৰাজ্য দিলা চন্দ্ৰহাস স্থানে ॥
বোলে কৃষ্ণে চন্দ্ৰহাস ৰাজ্য দিলো তোৰে।
ৰাজ্যদান ফল আমি দিলোহো তোমাৰে॥৩৪৭৯৮
ৰাজা বোলে এহি ৰাজ্য নাহি প্ৰয়োজন।
স্বৰূপে কহিলো প্ৰভু তোমাৰ চৰণ ॥
আৰ এক বোলো প্ৰভু শুনা নাৰায়ণ।
যদি ঘোৰা দিওঁ আগে নকৰিয়া ৰণ ॥ ৩৪৭৯৯
অৰ্জ্জুনে বুলিব এথা নাহি ধনুৰ্দ্ধৰ।
মোক প্ৰতি ৰাজাগণে ত্যজিবে আদৰ ॥
দুই পুত্ৰ কৰে ৰণ অৰ্জ্জুনে সহিত।
আপোনাৰ বল বীৰ্য্য দেখাইলা তহিত॥ ৩৪৮০০
তোমাৰ প্ৰসাদে প্ৰভু ইসব সম্পদে।
ৰণক জিনিলো প্ৰভু তোমাৰ প্ৰসাদে ॥
শ্যামবৰ্ণ হৰি তুমি জগত আধাৰ।
অন্যো অন্যে যুদ্ধ কৰে সেৱক তোমাৰ ॥৩৪৮০১
কাহাকো জিনোৱা তুমি কাকো পৰাজয়।
কেহো নৰপতি কেহো ভিক্ষা মাগি খায় ॥
কাকো ধন জন দিয়া কাহাৰো লাঙ্গট।
কাহাকো সন্তোষ দিছা কাহাৰো সঙ্কট ॥৩৪৮০২

তোমাৰ মহিমা প্ৰভু নৰি বুজিবাক ।
ব্ৰহ্মা আদি দেৱে ধ্যানে নপাৱে তোমাক ॥
সৰ্ব্বঘটে থকা তুমি কৰা নিজকৰ্ম্ম ।
অনন্ত ব্ৰহ্মাণ্ড তুমি ত্ৰিজগত ধৰ্ম্ম ॥ ৩৪৮০৩
হেন প্ৰভু তোমাক্ৰু দেখিলো চক্ষু ভৰি ।
দুই পুত্ৰে অপৰাধ ক্ষমিয়ো শ্ৰীহৰি ॥
তোমাক চিন্তিয়া কৰ্ম্ম কৈলা দুই জন ।
এহি অপৰাধ ক্ষমা কৰা নাৰায়ণ ॥ ৩৪৮০৪
এহিমতে চন্দ্ৰহাসে বোলে স্তুতি কৰি ।
সদয় স্বৰূপে কোল দিলন্ত শ্ৰীহৰি ॥
কৃষ্ণ পাৰ্থ আদি কৰি সবে ৰাজা সঙ্গে ।
পুৰী মধ্যে প্ৰবেশিলা কৰি নানা ৰঙ্গে ॥৩৪৮০৫
ৰাজাৰ পূজাত তুষ্ট ভৈলন্ত মুৰাৰি ।
তিনি ৰাত্ৰি বঞ্চিলেক চন্দ্ৰহাসপুৰী ॥
চন্দ্ৰহাসে যেহি ৰাজ্য দিয়াছিল দান ।
সেহি ৰাজ্য দিলা কৃষ্ণে অৰ্জ্জুনৰ স্থান ॥৩৪৮০৬
পাৰ্থে পুনু ৰাজ্য দিলা চন্দ্ৰহাস প্ৰতি ।
হৰষিত ভৈল চন্দ্ৰহাস নৰপতি ॥
চন্দ্ৰহাস উপাখ্যান যি শুনে কৌতুকে ।
পুত্ৰ পৌত্ৰ বাঢ়ে সেহি থাকে সৰ্ব্বসুখে ॥৩৪৮০৭
অন্তকালে ভৱ সিন্ধু পাৰ হৱে ৰঙ্গে ।
পৰলোকে স্বৰ্গে বঞ্চে দেৱগণ সঙ্গে ॥
ভণয় সুবুদ্ধি ৰায়ে অশ্বমেধপৰ্ব্ব ।
কুন্তলনগৰ ছাৰি চলিলা মাধৱ ॥ ৩৪৮০৮
জনমে জনমে মোৰ গতি নাৰায়ণ ।
কৃপা কৰিয়োক প্ৰভু পাতকী পৰম ॥
কৃষ্ণৰ চৰণ চিন্তা এৰা আন কাম ।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥৩৪৮০৯

---

পদ

জৈমিনী বদতি কথা শুনা জন্মেজয় ।
কুন্তলনগৰ ছাৰি চলে ধনঞ্জয় ॥
সসৈন্য সহিতে চলে বীৰ ধনঞ্জয় ।
সৰ্ব্বগুণ সুলক্ষণ চলে ঘোৰা দুই ॥ ৩৪৮১০
সেহি ৰাজ্যে চলে ঘোৰা দুয়ো একে সঙ্গে ।
উচ্চে নীচে আপোন ইচ্ছায়ে চলে ৰঙ্গে ॥
যাৰ ৰাজ্যে ঘোৰা যায় পত্ৰ পঢ়ি চাৱে ।
ঘোৰাক নধৰে কেহো ইচ্ছায়ে বেঢ়াৱে ॥৩৪৮১১
যেহি ঘোৰা দেখে ধন ৰত্ন লৈয়া যায় ।
অৰ্জ্জুনৰ ঘোৰা কৃষ্ণ যাহাৰ সহায় ॥
হংসধ্বজ তাম্ৰধ্বজ বভ্ৰুবাহা সব ।
ঘোৰা ধৰি ৰণে তাৰা পালা পৰাভৱ ॥ ৩৪৮১২
এহি বুলি সৰ্ব্বলোকে কৰয় ভকতি ।
সমুদ্ৰক দুই ঘোৰা গৈল দৈৱগতি ॥
অশেষ বাহিনী বিচাৰয় চাৰিভিতি ।
ঘোটক নেদেখি পাৰ্থ ভৈলন্ত বিস্মিতি ॥৩৪৮১৩
হে কৃষ্ণ প্ৰাণ প্ৰভু কৰা মোক দায়া ।
তোমাৰ কৃপায় প্ৰভু নিস্তৰোক মায়া ॥
হেন জানি কৃষ্ণ পদে পশিয়া শৰণ ।
বোলা হৰি হৰি ডাকি সমাজিক জন ॥ ৩৪৮১৪

---

ছবি

ঘোটক নপায়া তথি যত সব সেনাপতি
মনত যে ভৈলন্ত বিকল ।
বিচাৰিয়া নানাদেশ ঘোৰা নাপায় দিশপাশ
পাৰ্থ গৈলা কৃষ্ণৰ গোচৰ ॥
পাৰ্থে বোলে গদাধৰ কোথা গৈলা ঘোৰা মোৰ
কেহো বোলে গৈলা সিন্ধুমাজে ।
তুমি বিনে নাহি গতি শুনা দেৱ যদুপতি
সঙ্কটে ৰাখিয়ো যদুৰাজে ॥ ৩৪৮১৫
শুনিয়া অৰ্জ্জুন বাণী হাসি বোলে চক্ৰপাণি
ঘোৰা গৈলা সমুদ্ৰৰ মাজ ।
পাঞ্চ ৰথী চলা তথি নাহি আন তথা গতি
শুনা পাৰ্থ কৰা এহি কাৰ্য্য ॥
তুমি আমি বভ্ৰুবাহা হংসধ্বজ শিখীৰাজ
এহি পাঞ্চ বীৰ পাৰি যাইতে ।

অব্যাহত গতি চল শুনা পাৰ্থ মহাবল
এই পাঞ্চো চলিয়ো ত্বৰিতে ॥৩৪৮১৬
এহি বুলি নাৰায়ণ সঙ্গে লৈয়া পাঞ্চজন
জল মধ্যে যায় বীৰদৰ্পে।
বায়ু গতি বেগে ধাই ঘোৰাৰ উদ্দেশ পাই
ঋষিক দেখিলা এক দ্বীপে ॥
চাৰিভিতি মহাজল মধ্যত উত্তম জল
বটমূলে বসি আছে মুনি।
জাজ্বল্য সমান বেশ তাম্ৰবৰ্ণ যেন কেশ
দেখি যেন জ্বলন্ত অগনি ॥ ৩৪৮১৭
দণ্ড কমণ্ডলু হাতে লতাপত্র দিয়া মাথে
লতা গলে কৰিছে বেষ্টিত।
জীৰ্ণ ভৈল গৃহ খানি একেশ্বৰে বহে মুনি
ধ্যান সৃষ্টি দেখয় বিদিত ॥
মুদিত নয়নযুগে দেৱ নিৰঞ্জন ভাৱে
দেখি পাৰ্থ ভৈলন্ত বিকল।
মুনি দেখি পাঞ্চোজনে প্ৰণামি মুনিৰ পাৱে
যোৰহাতে কৰিয়া মিলিল ॥৩৪৮১৮
হুয়া পাঞ্চো একপাশ কহিবাক ভয় পায়
বসিলন্ত মুনিৰ আশ্ৰমে।
ভণয় সদ্বুদ্ধি ৰায়ে কহিবে মুনিৰ পাৱে
কৃপা তান বাঞ্ছে পাঞ্চজনে ॥
জগতৰ আত্মা হৰি ভকতৰ মন পূৰি
ফুৰে কৃষ্ণ মায়াক দেখায়া।
হেন হৰিপদে আমি পশিয়া শৰণ জানি
বোলা হৰি হৰি মুক্তি পায়া ॥৩৪৮১৯

---

পদ

আথি মেলি পাঞ্চজন দেখি মুনিবৰ।
হৰিষ ভৈলন্ত মুনি দেখি দামোদৰ ॥
পাঞ্চজন দেখি বোলে মুনি তপোধন।
আমাৰ আশ্ৰমে আইলা দেৱ নাৰায়ণ ॥৩৪৮২০
পাৰ্থ আদি চাৰি জন কৰিয়া সঙ্গতি।
বৰভাগ্য ভৈল এথা আইলা যদুপতি ॥
পাদ্য অৰ্ঘ্য দিয়া মুনি কৃষ্ণক পূজিলা।
অতিথিৰ ব্যৱহাৰে সবাকে তুষিলা ॥ ৩৪৮২১
তেবে বকদন্ত মুনি হৰিষ বিশেষ।
গন্ধে পুষ্পে ধূপে দীপে পূজে হৃষীকেশ ॥
আপোনাক ধন্য ধন্য বোলয় তেখন।
অনেক দিবসে ভৈলা কৃষ্ণ দৰশন ॥ ৩৪৮২২
অৰ্জ্জুন প্ৰভৃতি বীৰে নানা স্তুতি কৈলা।
বৰ পুণ্যফলে মুনি দৰশন পাইলা ॥
মুনি বোলে কৃষ্ণ আগে মোৰ বড়াই কহ।
যাহাৰ প্ৰসাদে তুমি সঙ্কট এৰাহ ॥ ৩৪৮২৩
ইন্দ্ৰপদ দিবে পাৰে কৃষ্ণে কৰে দুখী।
গৰ্ব্ব দিয়া গৰ্ব্ব ভাঙ্গে সেহি কমলাক্ষি ॥
গন্ধৰ্ব্ব চণ্ডাল কুলে জন্ম দিবে পাৰে।
চণ্ডাল কুলত হৰি জনমে অপাৰে ॥ ৩৪৮২৪
আদি অন্ত নাহি প্ৰভু দেৱৰ দেৱতা।
অখণ্ড ব্ৰহ্মাণ্ডপতি সৰ্ব্ব সৃষ্টি কৰ্ত্তা ॥
বকদন্তে বোলে পাৰ্থ বৰ ভাগ্য তোৰ।
নিৰাৱধি কৃষ্ণ দেখা নয়ন গোচৰ ॥ ৩৪৮২৫
তেবে পাৰ্থ বীৰবৰ যোৰ হাত কৈলা।
গৃহ নাই আশ্ৰমত কিৰূপে বঞ্চিলা ॥
জীৰ্ণ বটপত্ৰ খানি ধৰি আছা মাথে।
ধৰ্ম্মী যতী ব্ৰতী কিবা আশ্ৰমে নথাকে ॥৩৪৮২৬
বৃক্ষমূলে পশু পক্ষী থাকে বহুতৰ।
বিনা গৃহে কেহো নাহি পৃথিবী ভিতৰ ॥
তোমাৰ সমীপে সদা ব্যাঘ্ৰ মৃগ চৰে।
ভুবঙ্গ মহিষে গজে ভ্ৰমে বহুতৰে ॥ ৩৪৮২৭
সকলে একত্ৰে মিলি চৰে একতৰে।
নানা সব জন্তু ফুৰে আতি ভয়ঙ্কৰে ॥
হাসি বকদন্তে বোলে অৰ্জ্জুনক চাই।
সংসাৰ বাসনা স্ত্ৰী পুত্ৰে কাৰ্য্য নাই ॥ ৩৪৮২৮
স্ত্ৰী পুত্ৰ বাসনা যে লগত বাধয়।
সংসাৰত মজি লোকে মায়াত মজয়।

অল্প আয়ু হৱে লোক মতি হৱে হত।
পাৰ্থে বোলে মুনিবৰ আয়ু কহা কত ॥ ৩৪৮২৯
শুষ্ক বটপত্ৰ মাথে আচ্ছাদন নাই।
কিৰূপে ইথানে তুমি বঞ্চিলা গোসাই ॥
আছিলাহা কত কাল কহা মোৰ স্থানে।
মাৰ্কণ্ডৰ লোম নাহি আয়ুৰ সমানে ॥ ৩৪৮৩০
মোৰ সম আয়ু নাহি তোমাত কহিলো।
মাৰ্কণ্ডৰ লোম যত জন্ম আপুনে দেখিলো ॥
বিংশতি ব্ৰহ্মাণ্ড পাত আপুনে দেখিলো।
এতদিন এহিস্থানে সুখত বঞ্চিলো ॥ ৩৪৮৩১
কি কৰিবো গৃহ পাৰ্থ সংসাৰে নাশয়।
পুনু পুনু দেখি আছো সংসাৰ প্ৰলয় ॥
বৃক্ষপত্ৰে ভগৱন্ত জলত ভাসয়।
বটপত্ৰে আসন কৰয় দয়াময় ॥ ৩৪৮৩২
পদ্মপুষ্প মুখ বটপত্ৰত শোভয়।
কোটি সূৰ্য্য সম দেখি কৰে জ্যোতিৰ্ম্ময় ॥
তেখনে কান্দিলা শিশু তেখনে হাসিল।
দেখিয়া তেখনে আমি জিজ্ঞাসা কৰিলো ॥ ৩৪৮৩৩
কিবা তুমি কি কাৰণে ফুৰাহা ভাসিয়া।
জিজ্ঞাসিলো শিশু তেবে উত্তৰ নেদিয়া ॥
আচম্বিতে সেহি শিশু গৈল কতো দূৰ।
পুনু আসে পুনু যায় দয়াৰ ঠাকুৰ ॥ ৩৪৮৩৪
তেজপুঞ্জ দেখি যেন আতি অনুপামি।
তাঙ্ক দেখিবাক লাগি জলে আছো নামি ॥
প্ৰচণ্ড দেখিয়া বটবৃক্ষশাখা ধৰি।
কোথা গৈলা সেহি শিশু কহিতে নপাৰি ॥৩৪৮৩৫
সেহিমতে শিশুৰূপে দেখোহো কৃষ্ণক।
শুনা শিশু পূৰ্ব্বকথা কহিলো তোমাক ॥
আছো মই বিষ্ণু চিন্তি ব্ৰহ্মাৰ সদনে।
চতুৰ্দ্দশ বৰ্ষ আমি আছো সেহি স্থানে ॥৩৪৮৩৬
স্তুতি কৰি মদ গৰ্ব্বে ব্ৰহ্মায়ে বোলয়।
আমি সৃষ্টিকৰ্ত্তা তুমি বৰ আসি লয় ॥
মই বোলো দুষ্টাচাৰ কাক দিবি বৰ।
বিংশতি ব্ৰহ্মাণ্ড পাত আমাৰ গোচৰ ॥ ৩৪৮৩৭

প্ৰলয়ৰ জল আমি দেখিছো বিস্তৰ।
অনেক সৃষ্টিৰ পাত আমাৰ গোচৰ ॥
আচম্বিতে বায়ু নিলা দ্বিতীয় ব্ৰহ্মাণ্ডে।
অষ্টম ব্ৰহ্মাণ্ডে ব্ৰহ্মা আছে এক মুণ্ডে ॥৩৪৮৩৮
জিজ্ঞাসিলা কোথা তুমি থাকা চতুৰ্ম্মুখ।
চতুৰ্ম্মুখ ব্ৰহ্মা দেখি আমাৰ কৌতুক ॥
চতুৰ্ম্মুখে বোলে আমি জানো ব্ৰহ্মসাৰ।
শিষ্য বকদন্তে সমে আইলো দেখিবাৰ ॥ ৩৪৮৩৯
এহি শুনি অষ্টমুখে হাসিয়া বুলিলা।
ভাল শিষ্য বকদন্ত লৈয়া তুমি আইলা ॥
কহে বকদন্তে তেবে অষ্টমুখ স্থান।
তেখনে প্ৰচণ্ড বায়ু ভৈলা বিদ্যমান ॥ ৩৪৮৪০
হেনকালে বকদন্তে বিস্তৰ মায়ায়ে।
তৃতীয় ব্ৰহ্মাণ্ডে নিলা বিষ্ণুৰ নিলয়ে ॥
দুই ব্ৰহ্মা দেখি হাসে হৰিষ বদন।
পুছিলেক সবে এথা কেনে আগমন ॥ ৩৪৮৪১
দেখিয়া বিস্ময় ভৈলা ষোড়শ বদন।
আৰো ব্ৰহ্মা আছে এথা চতুৰ্থ বদন ॥
আইস অষ্টমুখ বুলি পুছিলা বচন।
এহি বুলি অষ্টমুখ ভৈলা ভয় মন ॥ ৩৪৮৪২
কৰযোৰে প্ৰণামিয়া আছে যে সদনে।
সম্ভ্ৰমে ৰহিলা সবে দুই ব্ৰহ্মা সমে ॥
দেখি উপহাস্য কৰে ষোড়শ বদনে।
এহি শুনি অষ্টমুখ ভয় ভৈলা মনে ॥ ৩৪৮৪৩
আমি পৰে ব্ৰহ্মা কিবা স্ৰজি আছে আৰে।
বিষ্ণুৰ মায়াক কিবা বুজিবাক পাৰে ॥
গৰ্ব্ব কৰি ষোড়শ বদনে আছে কৈতে।
প্ৰচণ্ড পৱনে উৰাই নিলা আচম্বিতে ॥ ৩৪৮৪৪
চতুৰ্ম্মুখ অষ্টমুখ ষোড়শ বদনে।
অধোমুখে ঊৰ্দ্ধমুখে উৰাৱে পৱনে ॥
বত্ৰিশ বদন ব্ৰহ্মা তথা নিলা বাৰে।
তুলাৰ সাদৃশ কৰি চৌদিশে বেড়াৱে ॥ ৩৪৮৪৫
বত্ৰিশ বদনে দেখি বিস্ময় যে ভৈলা।
আৰ সুপুছিলা চতুৰ্ম্মুখেও দেখিলা ॥

চতুৰ্ম্মুখ আদি কৰি বত্ৰিশ বদন।
সৃত্যে কহা তুমিসব কোথা আগমন॥ ৩৪৮৪৬
সূৰ্য্যসম ভৈলা তেবে তাহান প্ৰকাশ।
চাৰিমুখ আসি আছা আমাৰ সম্পাশ॥
বত্ৰিশ বদন ব্ৰহ্মা আছন্ত কহিতে।
চৌষষ্টি বদন তথা নিলন্ত মাকতে॥ ৩৪৮৪৭
ইৰূপে উৰায়া ফুৰে বিধাতাসকল।
মদগৰ্ব্বে অহঙ্কাৰে হাসিয়া বিকল॥
ইমত চুৰ্ণ কৰি ব্ৰহ্মা নিলা বাৱে।
ব্ৰহ্মাণ্ডে ব্ৰহ্মাণ্ডে যত বিৰিঞ্চি আছয়ে॥৩৪৮৪৮
অনন্ত কোটি ব্ৰহ্মাণ্ডে বিৰিঞ্চি আছে যথা।
মাৰুতে উৰায়া নিলা সবে ব্ৰহ্মা তথা॥
সহস্ৰ বদন তথা সহস্ৰাক্ষ হৰি।
নানা ৰূপে হৰি আছে নানা ক্ৰীড়া কৰি॥৩৪৮৪৯
কোটি সূৰ্য্য সম ৰূপ আতি অনুপাম।
সবে ব্ৰহ্মা তুতি নতি কৰে সাৱধান॥
প্ৰভুৰ কৃপায়ে গৈলা যাৰ যেহি স্থানে।
তেবে এহি স্থানে আমি আসিলো আপুনে॥ '৫০
কহিলো সকলো কথা শুনা পাৰ্থমণি।
সকলে কহিলো মই তোমাত আপুনি॥
হেন শুনি বুলিলেক পাৰ্থ হৃষীকেশ।
কোন স্থানে গৈল ঘোৰা নজানা উদ্দেশ॥৩৪৮৫১
তেবে বকদন্তে বোলে ঘোৰা আছে এথা।
মুনিক প্ৰণাম কৰি সবে চলে তথা॥
আশ্ৰমে বসিলা মুনি কৃষ্ণে তুতি কৰি।
কিবা ভাগ্যফলে মই দেখিলো মুৰাৰি॥৩৪৮৫২
ঘোৰা লৈয়া কৃষ্ণ সমে চলে চাৰি বীৰ।
আনন্দে মিলিলা গৈয়া ভাগীৰথী তীৰ॥
তথা গৈয়া দেখে সবে বীৰ আপোনাৰ।
প্ৰদ্যুম্ন প্ৰভৃতি সবে বীৰ অৱতাৰ॥ ৩৪৮৫৩
কৃষ্ণক দেখিয়া সবে সেৱে দণ্ডৱতে।
চলিলেক সেনাসব বৰ হৰিষতে॥
নানা দেশ ফুৰি ঘোৰা আপুন ইচ্ছায়।
ৰথে চৰি লক্ষে লক্ষে বীৰ চলি যায়॥ ৩৪৮৫৪

নদী নদ এৰাইলন্ত অৰণ্য গহন।
কুৰুক্ষেত্ৰে গৈয়া ঘোৰা মিলিলা তেখন॥
শুনা সভাসদ সবে মুখে লৈয়া নাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম॥ ৩৪৮৫৫

---

পদ

জন্মেজয় বুলিলেক জৈমিনিৰ স্থানে।
তাত পাচে কি কৰিলা পাৰ্থ ভগৱানে॥
জৈমিনী বদতি কথা শুনা দিয়া মতি।
আগে যায় দুই ঘোৰা বিদ্যুতৰ গতি॥ ৩৪৮৫৬
নানা অস্ত্ৰ লৈয়া পাচে ধনুক পদাতি।
উচ্চে নীচে চলে ঘোৰা চামনৰ গতি॥
সিন্ধুদেশে সেহি ঘোৰা ভৈলন্ত প্ৰবেশ।
ধন জন অমূল্য ভূষণ সিন্ধুদেশ॥ ৩৪৮৫৭
ইন্দ্ৰৰ নগৰ তুল্য গুণৰ বিশেষ।
নিৰীক্ষিয়া চাৱে সবে পাৰ্থ হৃষীকেশ॥
নাৰীগণ দেখি যেন ৰূপে বিদ্যাধৰী।
কটাক্ষে কামৰ প্ৰাণ নিবে চাৱে হৰি॥ ৩৪৮৫৮
নানা অলঙ্কাৰ গাৱে পিন্ধে পাটশাৰী।
দেখিলে যুৱত জন প্ৰাণ নেই হৰি॥
পাত্ৰগণ লৈয়া তথা বসিছে ৰাজন।
মহা মহা বীৰগণ বসিছে আসন॥ ৩৪৮৫৯
চাৰি পাশে প্ৰজাগণ আছয় বাহিনী।
অশ্ব ৰথ গজ বাজী যত ৰাজধানী॥
হেনকালে চৰে গৈয়া জনাইলা ৰাজাৰে।
সৈন্য সমে কৃষ্ণ পাৰ্থ আইলা তযু পুৰে॥ ৩৪৮৬০
ঘোটক যজ্ঞৰ দুই আনিছে সঙ্গত।
তাক দেখি জনাইবেক আসিলো ত্বৰিত॥
পাত্ৰ মন্ত্ৰীগণে বোলে শুনা মহাশয়।
ঘোটক বান্ধিলে ৰণ কৰিবে যুৱায়॥ ৩৪৮৬১
তোমাৰ পিতৃৰ বৈৰী আসিয়া অৰ্জ্জুন।
সংসাৰে জিনিয়া বীৰ সংগ্ৰামে নিপুণ॥

বৈৰী সমে ৰণ আজি হৈবেক সঙ্কট ।
যাৰ ৰণে-পৰে দ্ৰোণ কৰ্ণ জয়দ্ৰথ ॥৩৪৮৬২
ভীষ্ম পিতামহ দুৰ্য্যোধন কৈলা হত ।
শৈল্য যে শকুনি ভুৰিশ্ৰৱা ভগদত্ত ॥
ধৃতৰাষ্ট্ৰ পুত্ৰ ভীমে বধি একশত ।
ঘোটক সহিতে ৰাজা জিনিছে অনন্ত ॥ ৩৪৮৬৩
ৰথ হস্তীসব ৰাজা যাদৱ পাণ্ডৱ ।
অসংখ্য বাহিনী জিনি আনিছে মাধৱ ॥
হংসধ্বজ তাম্ৰধ্বজ বীৰ শিখীধ্বজ ।
চন্দ্ৰহাস আদি বীৰ জিনি মত্তগজ ॥ ৩৪৮৬৪
প্ৰচণ্ড ধনুক ধৰি আইলা তযু পুৰী ।
কি কাৰ্য্য কৰিবো আজ্ঞা কৰা অধিকাৰী ॥
পিতৃবৈৰী পাৰ্থ আইলা শুনিয়া কুমাৰ ।
হৃদয়ে ভৈলন্ত ভয় ভৈলা কম্পজ্বৰ ॥ ৩৪৮৬৫
ৰথ ৰথী কম্পে বীৰ ঘৰ্ম্ম বহে গাৱ ।
পাৰ্থ নাম শুনি বীৰ পৰি মূৰ্চ্ছা যায় ॥
শুনিয়া দুস্মলা তেবে আইলা যে তেখন ।
পাৰ্থ নাম শুনি শিশু তেজয় জীৱন ॥ ৩৪৮৬৬
পুত্ৰ পুত্ৰ বুলি কোলে লৈলন্ত কুমাৰ ।
বস্ত্ৰ দিয়া বিচে সবে উঠা পুত্ৰ মোৰ ॥
শীতল ঔষধ দিয়া তাহাক ৰাখিলা ।
কৃষ্ণ অৰ্জ্জুনৰ পাশে শীঘ্ৰে চলি গৈলা ॥৩৪৮৬৭
সুৱৰ্ণ ৰজত মণি ৰত্ন নানা জাতি ।
অসংখ্যাত ধন লৈয়া গৈলা মহামতি ॥
তোমাৰ চৰণ বিনে নাহি আন্ গতি ।
অপৰাধ ক্ষমা তুষ্ট হোৱা যদুপতি ॥ ৩৪৮৬৮
অৰ্জ্জুনৰ নাম শুনি মূৰ্চ্ছা গৈলা পুত্ৰ ।
পুত্ৰদান দিয়া মোক প্ৰভু কৃষ্ণ পাৰ্থ ॥
স্বামী মোৰ বধিলা অসংখ্য কৈলা কৰ্ম্ম ।
ভাগিনৰ প্ৰাণ লৈলে বাঢ়য় অধৰ্ম্ম ॥ ৩৪৮৬৯
যদি নকৰস মোৰ পুত্ৰ প্ৰতিকাৰ ।
পুত্ৰ আগে প্ৰাণ ভাই বধিয়ো আমাৰ ॥
যদি পুত্ৰ ৰক্ষা নকৰস ধনঞ্জয় ।
গল ছেদি গ্ৰীৱাৰ দিবোহো নিশ্চয় ॥ ৩৪৮৭০

কৃষ্ণে বোলে দুস্মলা যে নহৈবা বিকল ।
পূৰ্ব্বকথা কহিলেক নৃপতিসকল ॥
পূৰ্ব্বে দ্ৰোণাচাৰ্য্য বীৰে ব্যূহ কৈলা সাৰ ।
পাৰ্থ বিনে কেহো তাত নৰে সুমাইবাৰ ॥৩৪৮৭১
যুধিষ্ঠিৰে বোলে কোনে যাইবে পাৰ ৰণে ।
নৃপতি পুছিলা তেবে আনি অভিমন্যে ॥
চক্ৰব্যূহ কৈলা ৰণে ৰাজা দুৰ্য্যোধনে ।
পাৰ্থ বিনে এহি যুদ্ধ কেহো নাহি জানে ॥ ৩৪৮৭২
পিতৃৰ সমান তুমি সমৰে দুৰ্ব্বাৰ ।
ব্যূহ ভেদি ৰণে পশি কৰে প্ৰতিকাৰ ॥
ৰাজাৰ বচনে শিশু প্ৰবেশিলা ৰণে ।
পৰাজয় ভৈলা সবে হাৰিলেক ৰণে ॥ ৩৪৮৭৩
দ্ৰোণ ভীষ্ম কৰ্ণ দুঃশাসন ভগদত্ত ।
শল্য যে শকুনি আৰো বীৰ জয়দ্ৰথ ॥
ৰণ জিনি অভিমন্যু পালটি আসন্ত ।
ব্যূহমুখ আৱৰিলা আসি জয়দ্ৰথ ॥ ৩৪৮৭৪
পথ নিবাৰিলা দেখি ফিৰি দিলা ৰণ ।
ঘোৰশৰে সেনাগণ কৰিলা নিধন ॥
বীৰগণে জিনিলেক সমৰ কৰিয়া ।
পুনৰ্ব্বাৰ ৰণ দিলা একত্ৰ যে হুয়া ॥ ৩৪৮৭৫
ৰণ জিনি কৌতুক কৰয় সুকুমাৰ ।
একত্ৰে সকলো বীৰে যুক্তি কৈলা সাৰ ॥
অন্যায় কৰিয়া শিশু কৰিলা সংহাৰ ।
হেন শুনি অৰ্জ্জুনৰ দুখ যে অপাৰ ॥ ৩৪৮৭৬
সংসপ্তগণক জিনি বীৰ ধনঞ্জয় ।
পুৰে প্ৰবেশিয়া শিশু মৰণ শুনয় ॥
অনেক ক্ৰন্দন কৰি ভীমত পুছিলা ।
ভীমে বোলে জয়দ্ৰথে কপট কৰিলা ॥ ৩৪৮৭৭
ৰণ জিনি অভিমন্যু পুৰক আসন্তে ।
ব্যূহমুখ আৱৰিলা আহি জয়দ্ৰথে ॥
দ্বাৰক নপাই শিশু পুনু পালটিলা ।
দ্ৰোণ ভীষ্ম কৰ্ণ আৰো সকলো জিনিলা ॥৩৪৮৭৮
সবে ধৰি অন্যায়ে যে মাৰিলা কুমাৰ ।
গদা লৈয়া ৰণ আমি কৰিলো অপাৰ ॥

এহি শুনি ধনঞ্জয় পৰিলা ভূমিত।
পুত্ৰশোকে কান্দে বীৰ কৰি বিপৰীত ॥৩৪৮৭৯
কতোক্ষণে সুস্থ হুয়া প্ৰতিজ্ঞা কৰিলা।
অৰ্জ্জুনৰ বাক্য দুৰ্য্যোধনেয়ো শুনিলা ॥
জয়দ্ৰথ সঙ্কলিয়া থৈলা চুৰি কৰি।
মায়া কৰি সমৰ কৰয় দুৰাচাৰি ॥ ৩৪৮৮০
বিষম সমৰে সৈন্য পাৰে বহুতৰ।
গজ বাজী প্ৰজাগণ পাৰয় বিস্তৰ ॥
ৰথী ৰথ সব পাৰে ঘোৰ ৰণমাজে।
জয়দ্ৰথ লুকাইলা দাৰুণ কুৰুৰাজে ॥ ৩৪৮৮১
হেন দেখি অৰ্জ্জুন কাতৰ ভৈলা প্ৰাণে।
কৰযোৰ কৰি বোলে মোৰ বিদ্যমানে ॥
চাৰিদণ্ড দিবা আছে বেলি অৱসান।
নপাৰিলো জয়দ্ৰথ লৈবাক পৰাণ ॥ ৩৪৮৮২
প্ৰতিজ্ঞা বিফল ভৈল শুনা নাৰায়ণ।
অগ্নিকুণ্ডে প্ৰবেশিয়া ত্যজিবো জীৱন ॥
তোমাৰ গোচৰে প্ৰাণ দিলে স্বৰ্গে যাইবো।
জগতে ঘুষিবে সবে প্ৰতিজ্ঞা পালিবো ॥৩৪৮৮৩
দয়ালু কৃপালু প্ৰভু জগতৰ পতি।
তুমি বিনে অৰ্জ্জুনৰ আন নাহি গতি ॥
অগ্নিকুণ্ড সাজ কৰি দিয়া দয়াময়।
অৰ্জ্জুনৰ বাক্য শুনি ভৈলন্ত সদয় ॥ ৩৪৮৮৪
পাণ্ডৱৰ স্তুতি নতি দেখি তুষ্ট ভৈলা।
বামকৰে সূৰ্য্য তথা আৱৰি ধৰিলা ॥
সূৰ্য্য অস্ত গৈলা দেখি বীৰ ধনঞ্জয়।
অগ্নিকুণ্ড কৰিলেক আকুল হৃদয় ॥ ৩৪৮৮৫
অৰ্জ্জুনৰ মৰণক দেখি দুৰ্য্যোধন।
জয়দ্ৰথ বীৰক অনাইলা তেতিক্ষণ ॥
জয়বাদ্য দুন্দুভি বজাৱে ঢাক ঢোল।
শঙ্খ সিংহনাদ কৰে সুশুনয় বোল ॥ ৩৪৮৮৬
জয়ধ্বনি শুনিয়া অৰ্জ্জুন বীৰবৰ।
অগ্নিত পৰিবে যাই বিকল কাতৰ ॥
জয়দ্ৰথ দেখি আসি হস্তক গুচাইলা।
প্ৰকাশিত ভৈল ভানু অৰ্জ্জুন জীয়াইলা ॥৩৪৮৮৭

ক্ৰোধ হুয়া বাণ এৰে ধনঞ্জয় বীৰ।
অন্তৰীক্ষে কাটিলেক জয়দ্ৰথ শিৰ ॥
সৈন্য সমে জয়দ্ৰথ নৰিল ৰাখিতে।
প্ৰাণ দিলা জয়দ্ৰথ অৰ্জ্জুনৰ হাতে ॥ ৩৪৮৮৮
নাকান্দা নাকান্দা পৰিহৰা শোক যত।
বিধিৰ নিৰ্ব্বন্ধ বধিলেক জয়দ্ৰথ ॥
যত অপৰাধ কৈলা পালা তাৰ ফল।
আপুন পুৰীক চলা নহৈবা বিকল ॥ ৩৪৮৮৯
ক্ষমিলো তোমাৰ পুত্ৰ যত যত দোষ।
আনিয়া তোমাৰ পুত্ৰ কৰা পৰিতোষ ॥
প্ৰিয়বাক্য বুলি তাঙ্ক তোষে কৃষ্ণাৰ্জ্জুনে।
উঠ উঠ বাপ ডৰ নকৰিয়ো মনে ॥ ৩৪৮৯০
উঠি শান্ত কৰ তোৰ মাৰ কলেৱৰ।
কৃষ্ণৰ আজ্ঞায় জীয়া উঠিলা কুমাৰ ॥
কৃষ্ণক দেখিয়া তেবে কৰে নমস্কাৰ।
নানা স্তুতি নতি শিশু কৰিলা অপাৰ ॥ ৩৪৮৯১
অষ্টাঙ্গে প্ৰণাম কৰে ভূমিত পৰিয়া।
হৰিষ ভৈলন্ত দুই কুমাৰ দেখিয়া ॥
ৰণ পৰিহৰি বনমালী ধনঞ্জয়।
অনেক চুম্বন দিলা শিশুৰ মাথায় ॥ ৩৪৮৯২
আলিঙ্গন দিয়া পাৰ্থ শিশু লৈলা কোলে।
শান্ত কৰি শিশু আগে প্ৰিয়বাক্য বোলে ॥
শোক দুখ ভয় পৰিহৰা মোক জানি।
মাতুলক দেখি কেনে ভয় কৰা প্ৰাণি ॥ ৩৪৮৯৩
অভিমন্যু শিশু মোৰ দুঃখৰ ছৱাল।
তাক বধি বাপে তোৰ দুষ্কৰ কৰিল ॥
সেহিসে কাৰণে তাৰ লৈলোহো পৰাণ।
অভিমন্যু সম তুমি ভাগিন প্ৰধান ॥ ৩৪৮৯৪
কুমাৰক সম্বোধিয়া ত্ৰিজগতপতি।
তোৰ সম প্ৰাণৰন্ত নাহিকে নৃপতি ॥
ধন্য ধন্য ৰাজা তুমি জয়দ্ৰথসুত।
তোক দেখি তুষ্ট ভৈলো হৃদয় বহুত ॥ ৩৪৮৯৫
মাতৃসমে ৰাজ্য তুমি কৰা সুখমনে।
মনে যেন থাকে কৃষ্ণ তোৰ সৰ্ব্বক্ষণে ॥

এতেক বচন যেবে বুলিলা মধুৰ।
আনন্দ স্বৰূপে শিশু বন্দিলা কৃষ্ণৰ ॥ ৩৪৮৯৬
পাঞ্চ ৰথী সমে কৃষ্ণ অৰ্জ্জুনক লৈয়া।
পুৰে প্ৰবেশিলা ৰাজা আনন্দিত হুয়া ॥
হংসধ্বজ নীলধ্বজ প্ৰদ্যুম্ন কুমাৰ।
চন্দ্ৰহাস বভ্ৰুবাহা এহি পাঞ্চ সাৰ ॥ ৩৪৮৯৭
সুৱৰ্ণ আসনে বসিলন্ত বীৰগণ।
বিবিধ প্ৰকাৰে ৰাজা কৰিল পূজন ॥
অনেক প্ৰকাৰে কৰিলন্ত পুৰস্কাৰ।
শয়ন ভোজন নৃত্য কৰিল আপাৰ ॥ ৩৪৮৯৮
জৈমিনী বোলয় কথা শুনা জন্মেজয়।
পাঞ্চৰাত্ৰি কৃষ্ণ পাৰ্থ ৰহিলা তথায় ॥
পাঞ্চৰাত্ৰি তথাতে কুমাৰ নৰপতি।
ধন ৰত্ন দিলেক সুৱৰ্ণ গজ আতি ॥ ৩৪৮৯৯
হৰিৰ চৰণে পূজা কৈলা বাৰে বাৰ।
বহুবিধ নানা দ্ৰব্যে পূজিলা কুমাৰ ॥
পাঞ্চৰথী নানা ৰত্নে কৰিলেক পূজা।
বস্ত্ৰ অলঙ্কাৰে তুষ্ট ভৈল পাঞ্চৰাজা ॥ ৩৪৯০০
কৃষ্ণে বোলে কুমাৰ চলিয়ো ঘোৰা সঙ্গে।
হস্তিনাত দেখিবা যজ্ঞক যত ৰঙ্গে ॥
কৃষ্ণৰ আদেশে ৰাজা চলে মনোৰঙ্গে।
ৰথে চৰি চলে ৰাজা কৃষ্ণ পাৰ্থ সঙ্গে ॥ ৩৪৯০১
দুস্মলাক আশ্বাসিয়া চলিলা অৰ্জ্জুন।
পুত্ৰৰ সমান তুমু মোৰ বাক্য শুন ॥
দুস্মলা ৰহিলা তথা পাত্ৰ মন্ত্ৰী সমে।
চলিলেক শিশু তেবে চিন্তিয়া চৰণে ॥৩৪৯০২
প্ৰভাতে মেলিলা ঘোৰা দেৱ নাৰায়ণ।
আপুন ইচ্ছায়ে ঘোৰা চলিলা তেখনে ॥
ৰথে চৰি কৃষ্ণ পাৰ্থ পাঞ্চ ৰথী সমে।
ঘোৰা লৈয়া সেনাগণ চলিলা তেখনে ॥ ৩৪৯০৩
জয় জয় বাদ্য কৰে সবে বীৰচয়।
সৰ্ব্ব সৈন্যে আনন্দে চলিলা ধনঞ্জয় ॥
কহয় ভৱানী দাসে মধুৰ ভাৰতে।
আপদ নিস্তাৰ ভৈলা জয়দ্ৰথ সুতে ॥ ৩৪৯০৪

হেন জানি দিয়া হৰি চৰণত চিত।
আত পৰে ধৰ্ম্ম আৰ নাহিকে কলিত ॥
মনুষ্য হৈবাৰ জানা এহিমানে কাম।
গঙ্গাদাসে বোলে ডাকি বোলা ৰাম ৰাম ॥৩৪৯০৫

---

পদ

জন্মেজয় বদতি জৈমিনী গুৰুবৰ।
সিন্ধুপুৰী পৰিহৰি গৈলা দামোদৰ ॥
ঘোৰা লৈয়া হৰিষে চলিলা গদাধৰ।
তাত পাচে কোনকৰ্ম্ম ভৈলেক তাহাৰ ॥৩৪৯০৬
সিটো কথা শুনিবাক মুনি ইচ্ছা যায়।
কহিয়োক ঋষিৰাজ তাহাক বৰ্ণাই ॥
জৈমিনী বদতি শুনা কথা নৃপবৰ।
মন সুখে ভ্ৰমে ঘোৰা নগৰে নগৰ ॥ ৩৪৯০৭
উৰ্দ্ধ কৰ্ণ কৰি ঘোৰা বিদ্যুত সঞ্চাৰ।
দেশে দেশে ভ্ৰমি ঘোৰা কৰয় বিহাৰ ॥
নদ নদী গিৰি গুহা যত খাল বিল।
পৱন সঞ্চাৰে ঘোৰা সকলো তৰিল ॥ ৩৪৯০৮
পূৰ্ব্বমুখে যায় ঘোৰা আপোন ইচ্ছায়।
উৎকল নগৰে ঘোৰা পশিল লীলায় ॥
আতিশয় অম্ৰাৱতী আতি দিব্যপুৰী।
সুৱৰ্ণৰ উচ্চ গৃহচয় শোভে শাৰী ॥ ৩৪৯০৯
চাৰু চন্দ্ৰকান্তি পুৰী আতি মনোহৰ।
কনকৰ হাট বাট ৰজত নগৰ ॥
সাধু জন বিনে নাহি দুৰ্জ্জন প্ৰচাৰ।
মূৰ্ত্তি ধৰি লক্ষ্মীদেৱী তাত অৱতাৰ ॥ ৩৪৯১০
শ্ৰীযুক্ত লোকসব নানা গুণৱন্ত।
নানাবিধ বিদ্যাসব শাস্ত্ৰক জানন্ত ॥
মঠ দোল মণ্ডপ মণ্ডিত মণিমুক্তা।
হৰিপূজা কৰে লোকে সবে মহাদাতা ॥ ৩৪৯১১
দৰিদ্ৰ দুখিত দুষ্ট নাহি সেহি দেশে।
অহৰ্নিশে হৰি বিনে আন নাহি ঘোষে ॥

বিষ্ণু মূৰ্ত্তি শালগ্ৰাম পূজে ঘৰে ঘৰে ।
একাদশী ব্ৰত বিনে আন নাহি কৰে ॥ ৩৪৯১২
ঘৰে ঘৰে সুৱৰ্ণৰ পতাকা নিৰ্ম্মাণ ।
নানা পুষ্প শোভে নানা ফুলৰ উদ্যান ॥
নানা জাতি পুষ্প তাত আছে গুল্মলতা ।
অহৰ্নিশে দ্বিজে পঢ়ে ভাগৱত গীতা ॥৩৪৯১৩
যজ্ঞধূম্ৰে সকলে দেশত তমোময় ।
ঋক্ যজুঃ সাম অথৰ্ব্ব বেদক ভাষয় ॥
নদী নদ সৰোবৰে নিৰ্ম্মল কমল ।
হংস চক্ৰবাক বক চৰয় সকল ॥ ৩৪৯১৪
নাৰীগণ দেখি তথা বিনোদ নাগৰী ।
ৰূপে লক্ষ্মী অৱতাৰ যেন বিদ্যাধৰী ॥
উৎকল নগৰ দেখা দেৱৰ নিৰ্ম্মাণ ।
নানা ৰত্নে দিব্যপুৰী শোভে ধনে ধান্য ॥৩৪৯১৫
বাৰসিংহ নৰপতি উৎকল ঈশ্বৰ ।
বিষ্ণুপৰায়ণ ৰাজা নানা গুণধৰ ॥
অৰ্জ্জুনৰ ঘোৰা প্ৰবেশিলা তান পুৰে ।
দুসাদু দেখিলা তাঙ্ক ভ্ৰমন্তে নগৰে ॥ ৩৪৯১৬
নৃপতিৰ আগে গৈয়া দুসাদু কহিলা ।
নজানি কোথাৰ দুই ঘোটক আসিলা ॥
এহিৰূপ ঘোটক দেখা নাহি কোনো কালে ।
বিচিত্ৰ সুৱৰ্ণ পত্ৰ শোভয় কপালে ॥ ৩৪৯১৭
শুনিয়া ঘোৰাৰ কথা বীৰসিংহ ৰাজ ।
বোলে ঢাক বাৰী দিয়া সৈন্য হৌক সাজ ॥
ৰাজাৰ আদেশে বীৰে ঢাকে দিলা শান ।
শুনিয়া সকলো বীৰ আইলা বিদ্যমান ॥৩৪৯১৮
ৰথী ৰথ গজ বাজী পদাতি অপাৰ ।
সেনাপতি বীৰসবে কৰি নমস্কাৰ ॥
বীৰসিংহে বোলে শুনা যত বীৰগণ ।
এথা আসি কাৰ ঘোৰা ভৈলা উপসন্ন ॥৩৪৯১৯
ঘোৰা ধৰিবাক সবে চলো কাচি পাৰি ।
এহি বুলি চলে ৰাজা সৈন্য সঙ্গে কৰি ॥
সুৱৰ্ণে ভূষিত গজস্কন্ধে চৰি ৰাজা ।
চলিলা পশ্চিম দিশে সঙ্গে কৰি প্ৰজা ॥৩৪৯২০

ৰথী ৰথ গজ বাজী চলে সেনাগণ ।
চতুৰঙ্গ দলে ৰাজা কৰিলা গমন ॥
সসৈন্যে মিলিলা গৈয়া দুই ঘোৰা যথা ।
আদেশিল ৰাজা ধৰি ঘোৰা আন এথা ॥৩৪৯২১
নৃপতিৰ বচনে বেঢ়িয়া চাৰিভিত ।
যত্ন কৰি ধৰিলেক ঘোৰাৰ শিখাত ॥
সত্বৰে ধৰিলা ঘোৰা নৃপতি গোচৰ ।
কপালৰ পত্ৰ লৈয়া পঢ়ে নৃপবৰ ॥ ৩৪৯২২
হস্তিনানগৰে যুধিষ্ঠিৰ নৰপতি ।
জ্ঞাতি বধহেতু যজ্ঞ কৰে মহামতি ॥
সেহি যজ্ঞঘোৰা ৰাখে আপুনি অৰ্জ্জুন ।
গোবিন্দ সাৰথি যাৰ সমৰে নিপুণ ॥ ৩৪৯২৩
প্ৰদ্যুম্ন সাত্যকি কৃতবৰ্ম্মা অনিৰুদ্ধ ।
যৌৱনাশ্ব অনুশাল বীৰ মহাযুদ্ধ ॥
সুবেগ কুমাৰ নীলধ্বজ হংসধ্বজ ।
তাম্ৰধ্বজ শিখীধ্বজ যেন মত্তগজ ॥ ৩৪৯২৪
বভ্ৰুবাহা চন্দ্ৰহাস বীৰবৰ্ম্মা বীৰ ।
জয়দ্ৰথসুত বীৰ প্ৰকৃতি গম্ভীৰ ॥
ইসকল বীৰগণ কৰিয়া সঙ্গতি ।
ঘোটক ৰাখয় ধনঞ্জয় মহামতি ॥ ৩৪৯২৫
ঘোৰা ধৰিবাক পাৰে শক্তি আছে কাৰ ।
ঘোৰা ধৰে যিবা তাৰ নাহিকে নিস্তাৰ ॥
যদি মদগৰ্ব্বে ৰণ কৰে দুৰাচাৰ ।
অৰ্জ্জুনৰ বাণে তাৰ নাহিকে নিস্তাৰ ॥ ৩৪৯২৬
পত্ৰ পঢ়ি নৃপতি চিন্তিলা মনে মনে ।
মোহোৰ সদৃশ বীৰ নাহি ত্ৰিভুৱনে ॥
ভাগ্য ফলোদয় মোৰ সাফল বিধাতা ।
সিকাৰণে নৃপতিৰ ঘোৰা আইলা এথা ॥৩৪৯২৭
অৰ্জ্জুনৰ সহিতে আছয় নাৰায়ণ ।
চক্ষুভৰি চাইবো আজি কৃষ্ণৰ চৰণ ॥
অনেক জন্মৰ ফলে দেখিবো শ্ৰীহৰি ।
এহি বুলি নৃপতি চলিলা ঘোৰা ধৰি ॥ ৩৪৯২৮
ঘোটক পূজিলা ৰাজা বিবিধ বিধানে ।
কৃষ্ণ চিন্তি নদীতীৰে ৰৈলা সবে সৈন্যে ॥

তৈত বীৰ ধনঞ্জয় ঘোটক নাপাই ।
খোজক নিহালি চলে সৰ্ব্ব সৈন্য লই ॥ ৩৪৯২৯
কৰে ধনু ধৰি সবে বীৰ চলি যায় ।
পশ্চিম দিশক চলে পদচিহ্ন চাই ॥
অশ্ব গজ ৰথসব পদাতি বিশেষ ।
উৎকল দেশত সবে ভৈলন্ত প্ৰবেশ ॥ ৩৪৯৩০
অসংখ্য পদাতি ৰথধ্বজ সেনাগণ ।
পথে যান্তে এক নদী পাইলা দৰশন ॥
চন্দ্ৰহাস বভ্ৰুবাহা ৰাজা নীলধ্বজ ।
বীৰবৰ্ম্মা প্ৰভৃতি সকলে ভৈলা সাজ ॥ ৩৪৯৩১
দেখিয়া নিৰ্ম্মল জল গৈলা কৃষ্ণস্থানে ।
কৰযোৰে ৰাজাগণে পুছিলা তেখনে ॥
চাৰু নদী দেখিলো সুন্দৰ মনোহৰ ।
কোন পুণ্যকাৰী নদী কহা দামোদৰ ॥ ৩৪৯৩২
দিব্যপুৰীগোট প্ৰভু দেখি চন্দ্ৰকান্তি ।
এহিদেশে কোন বীৰ হৱে নৰপতি ॥
ভক্তি কৰি বীৰগণে বুলিলা বচন ।
শুনিয়া উত্তৰ দিলা দেৱ নাৰায়ণ ॥ ৩৪৯৩৩
উৎকল নগৰ এহি আতি দিব্যপুৰী ।
বীৰসিংহ ৰাজা এহি ৰাজ্যে অধিকাৰী ॥
ধৰ্ম্মৱন্ত বলৱন্ত প্ৰধান নৃপতি ।
দানশীল গুণৱন্ত বিষ্ণুত ভকতি ॥ ৩৪৯৩৪
ক্ষমায়ে ধৰণী সম ৰণে কালযম ।
প্ৰজাসব পালে ৰাজা কৰে ধৰ্ম্ম কৰ্ম্ম ॥
একাদশী ব্ৰতভঙ্গ নকৰন্ত দেশে ।
গন্ধে পুষ্পে ধূপে দীপে পূজে হৃষীকেশে ॥৩৪৯৩৫
বাল্য বৃদ্ধ যুৱা যত যত নাৰীগণ ।
কায়বাক্যে অহৰ্নিশে চিন্তে নাৰায়ণ ॥
হৰি মাতা হৰি পিতা হৰিসে বিধাতা ।
হৰি বিনে স্বপ্নেও নভাষে আন কথা ॥ ৩৪৯৩৬
অহৰ্নিশে চিন্তে ৰাজা মোহোৰ চৰণ ।
সত্যবাদী জিতেন্দ্ৰিয় আতি শুদ্ধ মন ॥
পৰম বৈষ্ণৱ ৰাজা পৃথিৱীতে সাৰ ।
কোন কালে ৰণভঙ্গ নাহিকে তাহাৰ ॥ ৩৪৯৩৭

দেৱাসুৰ নৰ যক্ষ গন্ধৰ্ব্ব কিন্নৰ ।
বীৰসিংহ নামে সবে কাম্পে থৰথৰ ॥
দাৰুণ সমৰে যদি লৱে ধনুশৰ ।
স্বৰ্গ মৰ্ত্ত্য পাতাল কাম্পয় থৰথৰ ॥ ৩৪৯৩৮
বিষ্ণুপতি গঙ্গা এহি পাপ বিনাশিনী ।
দৰশনে মোক্ষ পাৱে শুনা কদাচিনী ॥
অৰ্জ্জুন প্ৰভৃতি সবে ৰাজা কৰি সঙ্গে ।
স্নান কৰি জলত কৰন্ত নানা ৰঙ্গে ॥ ৩৪৯৩৯
স্নান কৰি তটত উঠিলা নাৰায়ণে ।
হৰি পূজা বিধিমতে কৰে সৰ্ব্বজনে ॥
বীৰসিংহে নদী স্নান কৰিলা তেখনে ।
কৃষ্ণে বোলে ৰাজাগণ শুনা সাৱধানে ॥৩৪৯৪০
ভক্তিভাৱে দৃঢ়জ্ঞানে পূজন্ত ৰাজনে ।
গন্ধ পুষ্প ভাসি আসে মোহোৰ চৰণে ॥
মোহোক পূজন্ত ৰাজা সুগন্ধ চন্দনে ।
সেহি পুষ্প আসে দেখা মোৰ বিদ্যমানে ॥৩৪৯৪১
চল চল ৰাজাগণ আমাৰ সহিতে ।
পৰম বৈষ্ণৱ বীৰসিংহক দেখন্তে ॥
বৈষ্ণৱ দেখন্তে পুণ্য হৱে বহুতৰ ।
গীতা ভাগৱত শাস্ত্ৰ পঢ়িছে বিস্তৰ ॥ ৩৪৯৪২
কৃষ্ণৰ বচনে তেবে চলে সৰ্ব্বজন ।
বাদ্যে ভাণ্ডে চমকিত ইতিনি ভুৱন ॥
যৈতে আছে বীৰসিংহ কৃষ্ণক ধিয়াই ।
কৃষ্ণ পাৰ্থ আদি চাৰে নদীতীৰে যাই ॥ ৩৪৯৪৩
যেৰূপে হৃদয়ে চাৰে দৃঢ় ভক্তি ভাৱে ।
সেহিৰূপে সাক্ষাতে দেখন্ত সেহি ঠাৱে ॥
কৃষ্ণক দেখিয়া ৰাজা হৰিষ আপাৰ ।
অষ্টাঙ্গে ভূমিত পৰি কৰে নমস্কাৰ ॥ ৩৪৯৪৪
কৰযোৰে স্তুতি কৰে কৃষ্ণৰ চৰণে ।
অনাথৰ নাথ তুমি শ্ৰীমধুসূদনে ॥
পতিত পাৱন প্ৰভু অনাথৰ নাথ ।
বহু পুণ্যফলে প্ৰভু দেখিলো সাক্ষাত ॥ ৩৪৯৪৫
আজিসে সাফল মোৰ জীৱন যৌৱন ।
আজিসে সাফল মোৰ যত ৰাজ্য ধন ॥

অনন্ত ব্ৰহ্মাণ্ড পতি দেখিলো নয়নে ।
এহিৰূপে স্তুতি বাণী বীৰসিংহে ভণে ॥ ৩৪৯৪৬
নৃপতিৰ ভক্তি দেখি গোবিন্দ শ্ৰীহৰি ।
সৈন্য মধ্যে লুকি দিয়া ৰহিলা মুৰাৰি ॥
চক্ষুমেলি নৃপতি নেদেখে নাৰায়ণ ।
ব্যাকুল স্বভাৱে ৰাজা বুলিলা বচন ॥ ৩৪৯৪৭
দেখা দিয়া নাৰায়ণ বঞ্চিলাহা মোৰে ।
মই সম পাপী নাহি সংসাৰ ভিতৰে ॥
হা হা বিধি কেনে মোক কৰিলা স্ৰজন ।
দেখা দিয়া মোহোক বঞ্চিলা নাৰায়ণ ॥ ৩৪৯৪৮
কৃষ্ণৰ চৰণ চিন্তি মৰো পাপমতি ।
জলে জাম্প দিয়া মৰো হৈবে সদগতি ॥
এহি বুলি যায় ৰাজা জলে জাম্প দিবে ।
যত্ন কৰি ৰাখে ধৰি পাত্ৰ-মন্ত্ৰীসবে ॥ ৩৪৯৪৯
নৃপতিৰ ভক্তি দেখি দেৱ যদুপতি ।
পুনৰপি ৰাজা আগে গৈলা শীঘ্ৰগতি ॥
কৃষ্ণে নৃপতিক ধৰি দিলা আলিঙ্গন ।
চৰণত পৰি ৰাজা কৰন্ত স্তৱন ॥ ৩৪৯৫০
তুমি ব্ৰহ্মা তুমি বিষ্ণু তুমি ত্ৰিপুৰাৰি ।
তুমি ইন্দ্ৰ তুমি চন্দ্ৰ তুমি নদী গিৰি ॥
অনন্ত মহিমা তযু পুৰুষ প্ৰধান ।
ধন্য ধন্য দেহা মোৰ দেখো নাৰায়ণ ॥ ৩৪৯৫১
বীৰসিংহে বোলে শুনা কৃষ্ণ মহাশয় ।
অৰ্জ্জুনৰ সমে মোক দিয়া পৰিচয় ॥
ৰাজাৰ বচন শুনি বোলন্ত অৰ্জ্জুন ।
মোৰ নাম ধনঞ্জয় পাবা কিবা গুণ ॥ ৩৪৯৫২
অৰ্জ্জুনৰ বচনক শুনি নৃপবৰ ।
তুমি সম ভাগ্যৱন্ত আন নাহি নৰ ॥
আপুনি সাৰথি ভৈলা দেৱ নাৰায়ণ ।
সদায় নেৰন্ত হৰি তোমাৰ সদন ॥ ৩৪৯৫৩
পৰম বৈষ্ণৱ তুমি ত্ৰিভুৱন মাজে ।
তোমাৰ সেৱাত বশ্য ভৈলা যদুৰাজে ॥
তোমাৰ মহিমা কোনে বৰ্ণাইবাক পাৰে ।
ইন্দ্ৰদেৱ সম নোহে তোমাৰ সমৰে ॥ ৩৪৯৫৪

তুমি যেনমতে পালা দেৱনাৰায়ণ ।
হেনমতে পালে কোনে ইতিনি ভুৱন ॥
তযু দাস ভৈলো আমি জন্ম জন্মান্তৰ ।
তেবেসে পাইবোহে আমি দেৱ দামোদৰ ॥৩৪৯৫৫
নৃপতিৰ স্তুতি নতি দেখি ধনঞ্জয় ।
কৰযোৰ কৰি বহু কৰিলা বিনয় ॥
তোমাৰ ভক্তিৰ সীমা কি কৈবো মহিমা ।
জগতৰ মধ্যে মই কি কৈবো উপমা ॥ ৩৪৯৫৬
এহি বুলি দুই বীৰে কৈলা কোলা কোলি ।
অন্যো অন্যে সম্ভাষা কৰিলা দুই বলী ॥
বীৰসিংহে বোলে শুনা গোবিন্দ মুৰাৰি ।
পদৰেণু দিয়া ৰক্ষা কৰা মোৰ পুৰী ॥ ৩৪৯৫৭
অনন্ত ব্ৰহ্মাণ্ডপতি দেৱ বনমালী ।
মোৰ পুৰে পৰোক তোমাৰ পদধূলি ॥
নৃপতিৰ বাক্য শুনি বোলন্ত অৰ্জ্জুন ।
তযু দেশে ঘোৰা গৈয়া মিলিলা আপুন ॥৩৪৯৫৮
ঘোটক নাপালে মোৰ যজ্ঞভঙ্গ হয় ।
আগে ঘোৰা পালে মোৰ নগৰক যাই ॥
অৰ্জ্জুনক বাক্য শুনি বুলিলা বচন ।
মোৰ পুৰে যজ্ঞ ঘোৰা কৰিছে গমন ॥ ৩৪৯৫৯
কৃষ্ণক দেখিবে লাগি বান্ধিছো যতনে ।
কৃষ্ণ সমে অৰ্জ্জুনে চলিছে আপুনে ॥
নৃপতিৰ ভক্তি দেখি দেৱ নাৰায়ণ ।
সসৈন্যে তাহাৰ পুৰে কৰিলা গমন ॥ ৩৪৯৬০
সুৱৰ্ণ মন্দিৰে বাসা দিলা যদুপতি ।
দিব্য দ্ৰব্য দিয়া পূজে কৰিয়া ভকতি ॥
পাদ্য অৰ্ঘ্য দিয়া ৰাজা কৃষ্ণ পূজা কৈলা ।
বহুবিধি মাঙ্গল্য তেখনে আৰম্ভিলা ॥ ৩৪৯৬১
বাদ্য ভাণ্ড যতমানে পুৰীত আছিল ।
দিশ বিদিশক পুৰী উৎসৱ কৰিল ॥
ৰাজ্য ধন ছত্ৰ দণ্ড আছিল সম্পত্তি ।
কৃষ্ণ আগে সমৰ্পিল কৰি স্তুতি নতি ॥ ৩৪৯৬২
স্ত্ৰী পুত্ৰ সঙ্গে লৈয়া জ্ঞাতিবন্ধু সমে ।
পাত্ৰ মন্ত্ৰী লৈয়া ৰাজা অষ্টাঙ্গে প্ৰণামে ॥

ৰাজাৰ বচনে তুষ্ট ভৈলা যদুপতি।
হৰিষে কৃষ্ণৰ পদে কৰিলন্ত ভক্তি॥ ৩৪৯৬৩
আঙ্কোৱালি ধৰি কৃষ্ণ কৰিলন্ত দায়া।
তুমি আমি ভিন্ন নহে সবে একে কায়া॥
অনুগ্ৰহ কৈলা কৃষ্ণে অনাথৰ নাথে।
পদধূলা লৈলা ৰাজা আপুনাৰ মাথে॥ ৩৪৯৬৪
অপূৰ্ব্ব মন্দিৰে বাসা দিলা নৰেশ্বৰ।
ৰসময় মিষ্ট অন্ন দিলন্ত অপাৰ॥
সুগন্ধ তাম্বুল দিলা কৰ্পূৰে পূৰিয়া।
ৰত্নময় পালঙ্কত শুৱাইলন্ত নিয়া॥ ৩৪৯৬৫
অৰ্জ্জুন প্ৰভৃতি যত সবে ৰাজাগণ।
অন্যো অন্যে সবাহাঙ্কে কৰিলা পূজন॥
মিষ্ট অন্ন পান দিয়া কৰাইলা ভোজন।
বিচিত্ৰ মন্দিৰে নিয়া কৰাইলা শয়ন॥ ৩৪৯৬৬
মহানন্দে নৃত্যগীত ৰজনা গোৱাইলা।
এহিমতে কৃষ্ণ পাৰ্থ ৰজনী বঞ্চিলা॥
প্ৰভাত সময়ে উঠিলন্ত দিনমণি।
বীৰসিংহে প্ৰণামিয়া বোলে চক্ৰপাণি॥ ৩৪৯৬৭
প্ৰাতঃক্ৰিয়া কৰি কৃষ্ণে বসিলা তেখন।
কৰযোৰে বীৰসিংহে ভৈলা উপসন্ন॥
অৰ্জ্জুন উঠিলা তেবে নিদ্ৰা ভঙ্গ কৰি।
প্ৰাতঃক্ৰিয়া কৰিলন্ত বীৰ গুৰু স্মৰি॥ ৩৪৯৬৮
বহুবিধ অশ্ব ৰথ গজ বস্ত্ৰ সমে।
গোবিন্দক বীৰসিংহ দিলা ভক্তিমনে॥
অৰ্জ্জুন প্ৰভৃতি দিলা বস্ত্ৰ আভৰণ।
ৰথ অশ্ব হস্তী দিলা অনেক বসন॥ ৩৪৯৬৯
নৃপতিৰ ভক্তি দেখি দেৱ জগন্নাথ।
ৰত্ন অশ্ব গজ বস্ত্ৰ ৰহিলা তথাত॥
বহুবিধ আদৰ কৰিলা দামোদৰ।
ধন্য ধন্য কৰি হৰি প্ৰশংসে অপাৰ॥ ৩৪৯৭০
প্ৰেমে আকুলিত ভৈলা বীৰসিংহ ৰায়।
দণ্ডৱত কৰিয়া পৰিলা কৃষ্ণ পায়॥
পদধূলি কৰে তুলি লৈলা মাথা পাগে।
কৰযোৰে ভক্তি কৰি বোলে কৃষ্ণ আগে॥ ৩৪৯৭১

আজ্ঞা কৰা দেৱহৰি কমল লোচন।
ইসব ৰাজ্যত মোৰ নাহি প্ৰয়োজন॥
ৰাজাৰ বচন শুনি বোলে যদুপতি।
মধুৰ বচনে বোলে অমৃতৰ শ্ৰুতি॥ ৩৪৯৭২
এহিকৰ্ম্ম কৰি চল অৰ্জ্জুন সহিত।
ঘোটকক লৈয়া চল ধৰ্ম্মৰ বিদিত॥
মুনিগণ আসিব দেখিবা যজ্ঞ কাজ।
যজ্ঞত দীক্ষিত ভৈলা ধৰ্ম্ম মহাৰাজ॥ ৩৪৯৭৩
কৃষ্ণৰ বচনে ৰাজা আনন্দিত মনে।
সসৈন্যে চলিলা ৰাজা অৰ্জ্জুনৰ সমে॥
চতুৰঙ্গ দলে ৰাজা গজ বাজী ৰথী।
ধ্বজ দণ্ড পতাকা যে অসংখ্য পদাতি॥ ৩৪৯৭৪
বাজে শঙ্খ সিংহনাদে কৰে কৌতূহলে।
যেলি দুই ঘোটকক শীঘ্ৰগতি চলে॥
কৃষ্ণক নভজি যিটো পূজে আন দেৱ।
কৰে বলিদান তাক সম মুহি কেৱ॥ ৩৪৯৭৫
এহিটো প্ৰভুৰ গুণ নলৰন্ত কথা।
তাৰ সঙ্গ লৈব যিটো তাৰ জন্ম বৃথা॥
হেন জানি কৃষ্ণৰ কথাত দিয়া চিত্ত।
নাহি আন কথা আৰো দুৰ্ঘোৰ কলিত॥
নামতে সমস্তে এবে যুগধৰ্ম্ম পায়।
বোলা ৰাম ৰাম হেৰা ব্যৰ্থে আয়ু যায়॥ ৩৪৯৭৬

---

ছবি

চলিলা ঘোটক দুই আসিলা উত্তৰ ঠাই
পৱন গমন বেগে যায়।
ধনুধৰি বীৰগণে চলিলা চকিত মনে
অসংখ্য পদাতি পাচে ধাই॥
একত্ৰে ঘোটক দুই ভ্ৰমে দুই সুখী হুই
আপুন ইচ্ছায়ে চলে ৰঙ্গে।
ৰাখি সবে সেনাপতি অসংখ্য তুৰঙ্গ হস্তী
চলি যায় ঘোটকৰ সঙ্গে॥ ৩৪৯৭৭

নদী নদ গিৰিবৰ তৰিলন্ত বহুতৰ
নানা দেশ নিকুঞ্জ অপাৰ।
ভ্ৰমিয়া ভ্ৰমিয়া যায় নোচোৱয় ভূমি পায়
চলে যেন বিদ্যুত সঞ্চাৰ॥
ভ্ৰমিলে বৎসৰেক অবিস্মিয়ে তৰিলেক
পূৰিল অৰ্জ্জুন অভিলাষ।
বসন্ত সময় ভৈলা যজ্ঞৰ সময় আইলা
মিলিল পূৰ্ণিমা মধুমাস॥ ৩৪৯৭৮
বছৰেক পূৰ্ণ ভৈল মাধৱৰ মনে লৈল
মণ্ডপে বসিলা নাৰায়ণ।
অৰ্জ্জুন প্ৰভৃতি বীৰ ডাকিয়া আনিলা ধীৰ
ডাকিয়া আনিলা ৰঙ্গমন॥
নীলধ্বজ হংসধ্বজ যৌৱনাশ্ব অনুশাল
চন্দ্ৰহাস গুণৰ মন্দিৰ।
বক্ৰবাহা বৃষকেতু কামদেৱ সাত্যকিয়ো
বীৰবৰ্ম্মা গুণৰ সাগৰ॥ ৩৪৯৭৯
অনিৰুদ্ধ কৃতবৰ্ম্মা সুবেগ প্ৰভৃতি নানা
যাদৱ পাণ্ডৱগণ যত।
মহাৰথী অশ্ব হস্তী পদভূমি গজগতি
মিলিলন্ত কৃষ্ণৰ আগত॥
কৃষ্ণে বোলে ধনঞ্জয় শুনা ৰাজা মহাশয়
সম্পুৰ্ণ বৎসৰ বহি গৈল।
চৈত্ৰমাস বহি গৈল সঙ্কট তৰিলা সব
ঘোৰা ধৰি হস্তিনাক চল॥ ৩৪৯৮০
বৎসৰেক অৱবধি যুধিষ্ঠিৰ ধৰ্ম্মবুদ্ধি
ভাল উপদেশ কৈলা হৰি।
শুভক্ষণে ঘোৰা ধৰি সৈন্য সব সঙ্গে কৰি
চলে কৃষ্ণ হস্তিনানগৰী॥
চৈত্ৰমাস সোমবাৰে শুভক্ষণে সপ্তমীৰে
দৈৱ বিধি অশ্ব পুজে ৰত্নে।
স্থানে স্থানে জিজ্ঞাসন কৈলা সবে বিপ্ৰগণ
ঘোটকক ধৰিলা অৰ্জ্জুনে॥ ৩৪৯৮১.
দুই অশ্ব শিখা ধৰি চলিলা অৰ্জ্জুন হৰি
হস্তিনাক প্ৰতি সবে চলে।
বজাৱে নানান বাদ্য নৃত্যগীত কৰে শব্দ
সসৈন্যে চলিল কৌতুহলে॥
দিব্য ৰথ গজ বাজী অসংখ্যাত ৰাজা সাজি
মণ্ডিলেক সৰ্ব্ব সৈন্য পথে।
চতুৰঙ্গ দলে বলে বহু সিংহনাদ কৰে
চলি যায় কোটি কোটি ৰথে॥ ৩৪৯৮২
গজ হস্তী চলি যায় গজঘণ্টা বহু বায়
অসংখ্য চামৰ যত যত।
সুৰলিত চণ্ডমুণ্ড গউল যে বিম্বল দণ্ড
শোভে যেন অৰ্জ্জুন পৰ্ব্বত॥
অশ্বসৈন্য বায়ু বেগে চলি যায় হস্তি আগে
অশেষ পদাতিগণ সাৰ।
কম্পমান বসুমতী চলিলা সমুদ্ৰে গতি
ধূলা উৰে সৃষ্টি অন্ধকাৰ॥ ৩৪৯৮৩
নদী নদ উঠলিল শুখাইল সকলে জানা
ধূলি উৰি যায় অন্তৰীক্ষে।
ভ্ৰমিলন্ত নানা দেশ অতি সুৰলিত বেশ
যায় সবে পৰম কৌতুকে॥
দ্বিতীয় মাসৰ পথ জুৰি যায় সৈন্য যত
পদভৰে কাম্পে দশোদিশ।
ঢাক ঢোল সিংহনাদ ডুসৰি মুসৰি বাদ্য
চলি যায় সমস্তে হৰিষ॥ ৩৪৯৮৪
আন যত দেৱচয় জানা সবে মায়াময়
আন কৰ্ম্ম ধৰ্ম্ম সবে ধান্দা।
কৃষ্ণসে দেৱৰ ৰাজা জানিয়া কৃষ্ণক ভজা
কৃষ্ণৰ নামক গলে বান্ধা॥
গীতা ভাগৱত শাস্ত্ৰ কহে এহি তত্ত্ব মাত্ৰ
মোক্ষ ধৰ্ম্ম হৰি গুণ নাম।
সুদৃঢ় বিশ্বাস কৰি হৃদয়ে কৃষ্ণক ধৰি
নিৰন্তৰে বোলা ৰাম ৰাম॥ ৩৪৯৮৫

**যজ্ঞ-অশ্ব লৈ কৃষ্ণ-অৰ্জ্জুন প্ৰভৃতিৰ হস্তিনালৈ প্ৰত্যাবৰ্ত্তন আৰু যুধিষ্ঠিৰৰ যজ্ঞ সমাপন**

**পদ**

চলি যায় বীৰগণ ঘোৰা ধৰি আগে।
তিনি মাস হাণ্ঠিয়া হস্তিনা পালা লাগে ॥
বাদ্যভণ্ড কৰিলন্ত শঙ্খ সিংহনাদ।
হস্তিনাৰ লোকে দেখি গুণন্ত প্ৰমাদ ॥৩৪৯৮৬
প্ৰাচীৰ মন্দিৰে উঠি বৃক্ষ আৰোহণে।
চাহন্ত কৌতুক নগৰৰ বাসীগণে ॥
কৃষ্ণ পাৰ্থ ঘোৰা সমে চলি যায় পুৰে।
চৰে গৈয়া কহিলেক ধৰ্ম্মৰ গোচৰে ॥ ৩৪৯৮৭
কৰযোৰ কৰি বোলে কৰিয়া প্ৰণতি।
ঘোৰা লৈয়া আইলা পাৰ্থ কৃষ্ণ মহামতি ॥
যত মান ৰাজাগণ আইলা ঘোৰা সমে।
দ্বাৰত ৰহিয়া আছে কৃষ্ণৰ সদনে ॥ ৩৪৯৮৮
মহা মহা ৰাজাগণ সংগ্ৰামে নিপুণ।
দাৰুণ সমৰে তাঙ্ক জিনিল অৰ্জ্জুন ॥
দুই ঘোৰা যজ্ঞৰ আনিছে দিব্যসাজ।
যজ্ঞকাৰ্য্য সিদ্ধি ভৈলা শুনা ধৰ্ম্মৰাজ ॥ ৩৪৯৮৯
দ্বাৰপালে কৈলা কথা শুনিয়া ৰাজন।
ভীম আদি তিনি ভাই ডাকিলা তেখন ॥
বৃকোদৰ নকুল কুমাৰ সহদেৱে।
যুধিষ্ঠিৰ চৰণ বন্দিলা ভক্তিভাৱে ॥ ৩৪৯৯০
তিনি সহোদৰ আগে কৈলা নৃপবৰ।
ঘোৰা লৈয়া আইলা কৃষ্ণ পাৰ্থ ধনুৰ্দ্ধৰ ॥
মহা মহা ৰাজাগণ তেজে বীৰ্য্যে আতি।
অনেক নৃপতি আইলা তাহান সঙ্গতি ॥৩৪৯৯১
চতুৰঙ্গ সৈন্য লৈয়া চলে সবে সাজি।
কৃষ্ণ সমে ৰাজাগণ আন অনুবুজি ॥
দিব্য নাৰীগণ লৈয়া তোমাৰ লগত।
মঙ্গলপূৰ্ব্বক কৰি আনিয়ো ত্বৰিত ॥ ৩৪৯৯২
যুধিষ্ঠিৰ বাক্য শুনি তিনি সহোদৰ।
আগবাঢ়ি সব সৈন্য চলিলা সত্বৰ ॥
ৰথ ধ্বজ গজ বাজী চলিলাহা শাৰী।
নানা ৰঙ্গে সাজিয়া চলিলা নৰনাৰী ॥ ৩৪৯৯৩
শঙ্খ সিংহনাদ কৰে জোকাৰৰ ধ্বনি।
শীঘ্ৰবেগে গৈলা যৈত দেৱ চক্ৰপাণি ॥
ৰথ পৰিহৰি তৈত তিনি সহোদৰে।
কৃষ্ণক প্ৰণামে পৰি ভূমিৰ উপৰে ॥ ৩৪৯৯৪
ভীমক দেখিয়া পাৰ্থে কৈলা নমস্কাৰ।
কোলে কৰি ভীমে দিলা চুম্বন অপাৰ ॥
সহদেৱ নকুল আসিলা শীঘ্ৰগতি।
পাৰ্থৰ চৰণে আসি কৰিলা প্ৰণতি ॥ ৩৪৯৯৫
যতেক নৃপতিগণ সম্ভাষা কৰিলা।
গন্ধ পুষ্প ধূপ দিয়া তেখনে পূজিলা।
স্ত্ৰী সবে ঘট লৈয়া বিধানে পূজিলা ॥
বেশ্যাগণে নৃত্যগীত কৌতুকে কৰিলা ॥ ৩৪৯৯৬
নানা অলঙ্কাৰ পিন্ধি গলে হেমহাৰ।
পাদ্য অৰ্ঘ্য দিয়া পূজা কৰে বাৰে বাৰ ॥
জয়ধ্বনি বাদ্য বাৱে কৰে হুলস্থুলি।
হস্তিনাৰ লোকসবে কৰে কোলা কোলি ॥৩৪৯৯৭
ভীম আদি চাৰি ভাই কৃষ্ণ আগকৰি।
যুধিষ্ঠিৰ বিদ্যমানে ঘোৰা নিলা ধৰি ॥
সমস্ত একত্ৰে চলে নৃপতি সমাজ।
চলিলা যিথানে বসি আছে ধৰ্ম্মৰাজ ॥ ৩৪৯৯৮
যজ্ঞ ঘোৰা চাৰিপাশে মহাৰথীগণ।
কৰে ধনু শৰ ধৰি চলিলা যতন ॥
বসি আছে মুনিগণ যুধিষ্ঠিৰ সমে।
সেহিবেলা কৃষ্ণ পাৰ্থ গৈলা বিদ্যমানে ॥৩৪৯৯৯
ধৰ্ম্মক দেখিয়া পাৰ্থে কৰিলা প্ৰণাম।
কোল দিয়া নৃপতি সম্ভাষে অনুপাম ॥
দণ্ডৱত কৰিয়া অৰ্জ্জুনে প্ৰণামিলা।
প্ৰদ্যুম্নকুমাৰ আসি নমস্কাৰ কৈলা ॥ ৩৫০০০
অনিৰুদ্ধ বৃষকেতু কৃতবৰ্ম্মা বীৰ।
দণ্ডৱতে নৃপতিৰে নমাইলন্ত শিৰ ॥
নীলধ্বজ হংসধ্বজ শিখীধ্বজ বীৰ।
দুই পুত্ৰ লৈয়া হংসধ্বজ বীৰবৰ ॥ ৩৫০০১

বীৰবৰ্ম্মা বীৰসিংহ কৰে নমস্কাৰ।
প্ৰণামিলা তাম্ৰধ্বজ বীৰ সুকুমাৰ ॥
বভ্ৰুবাহা মহাবীৰ অৰ্জ্জুন তনয়।
কৃষ্ণ আদি ৰাজাগণ মিলিলা তথায় ॥ ৩৫০০২
অনুক্ৰমে বসিলন্ত সুবৰ্ণ আসনে।
সমুখতে কৃষ্ণ বসে ৰাজাগণ সমে ॥
কৃষ্ণ আগে পুছে কথা মহাৰঙ্গ মনে।
কোন ৰাজা কৈত থাকে শুনা নাৰায়ণে ॥৩৫০০৩
কোন কোন নৃপতিৰ কাৰ কোন নাম।
পৰিচয় কৰা কৃষ্ণ শুনো অবিশ্ৰাম ॥
ৰাজাৰ বচনে কৃষ্ণ দেই পৰিচয়।
যতেক নৃপতি জিনি নিলে ধনঞ্জয় ॥ ৩৫০০৪
নীলধ্বজ ৰাজা এহি মহেশ্বতী পুৰী।
কাৰ্ত্তিক অৰ্জ্জুন বংশে মহাপুণ্যক্ৰাৰী ॥
ইহাৰ তনয় যোদ্ধা নামত প্ৰবীৰ।
হংসধ্বজ ৰাজা এহি চম্পকপুৰীৰ ॥ ৩৫০০৫
দানে মানে পৰাক্ৰমে অপাৰ মহিমা।
পৃথিৱীত বীৰ নাহি ইহাৰ উপমা ॥
বভ্ৰুবাহা বীৰ এই অৰ্জ্জুন তনয়।
পাতালৰ মণি আনিলেক মহাশয় ॥ ৩৫০০৬
মণিপুৰ নগৰত ইহাৰ বসতি।
সংসাৰে জিনিবে পাৰে ইহাৰ শকতি ॥
ইহাৰ সদৃশ বীৰ নাহি ত্ৰিভুৱনে।
ধৰ্ম্মৱন্ত শান্তমূৰ্ত্তি বলৱন্ত ৰণে ॥ ৩৫০০৭
বীৰবৰ্ম্মা নৰপতি মহা ধনুৰ্দ্ধৰ।
যমৰাজা আপুনে যে জামাতা যাহাৰ ॥
সাৰস্বত পুৰ তান বৰ গুণৱন্ত।
যমৰাজা সমে বহে প্ৰতাপে অনন্ত ॥ ৩৫০০৮
চন্দ্ৰহাস ৰাজা এই কুন্তল দেশৰ।
পৰম বৈষ্ণৱ ৰাজা গুণৰ সাগৰ ॥
জয়দ্ৰথসুত এই সিন্ধুপুৰী ঘৰ।
ইহাৰ জননী দেখি ভৈলন্ত কাতৰ ॥ ৩৫০০৯
উৎকল দেশত বৈসে ৰাজা বীৰসিংহ।
নিজ ভুজবলে এই জিনিছে কলিঙ্গ ॥
নীলধ্বজ সুত এই কুমাৰ প্ৰবীৰ।
চন্দ্ৰহাস পুত্ৰ এই মকৰাক্ষ বীৰ ॥ ৩৫০১০
পদ্মাক্ষ কুমাৰ এই সমৰে দুৰ্ব্বাৰ।
কতেক লেখিবো ৰাজা আসিছে অপাৰ ॥
ষাঠি সহস্ৰেক ৰাজা আসিছে কাৰণে।
তোমাৰ সমান ভাগ্য নাহি ত্ৰিভুৱনে ॥ ৩৫০১১
শুনিয়া কৃষ্ণৰ বাক্য ধৰ্ম্মৰ নন্দন।
নানা ৰূপে সম্ভাষা যে কৰিলা তেখন ॥
তাত পাচে যুধিষ্ঠিৰে পূজিলা ঘোটক।
ধূপে দীপে পূজি ঘোৰা ৰাখিলা নিকট ॥৩৫০১২
সুবৰ্ণ বিদিতে ঘোৰা ৰাখিলা যতনে।
শুক্লপক্ষ মধুমাস ভৈলন্ত নিৰ্ম্মাণে ॥
নানা ভোগ পঞ্চামৃতে দিলন্ত আহাৰ।
মঙ্গল বিবিধ যজ্ঞ দিলন্ত জোকাৰ ॥ ৩৫০১৩
উত্তম মন্দিৰে বাসা দিলা ৰাজাগণ।
কৰিলা অতিথি পূজা বিবিধ ভোজন ॥
বস্ত্ৰ অলঙ্কাৰ গন্ধ মাল্য বহু দিল।
দৈৱজ্ঞ ব্ৰাহ্মণসব কাঞ্চনে ভূষিল ॥ ৩৫০১৪
ব্যাসে বোলে যুধিষ্ঠিৰ শুনিয়ো ৰাজন।
যজ্ঞৰ সময় আসি ভৈল উপসন্ন ॥
বৈশাখ মাহত শুক্লপক্ষ তিথি আৰ।
যজ্ঞ কৰিবাৰ ৰাজা কৰিয়ো সম্ভাৰ ॥ ৩৫০১৫
যুধিষ্ঠিৰে বোলে শুনা দেৱ নাৰায়ণ।
আৰম্ভিবে যজ্ঞ কাৰ্য্য ভৈলা উপসন্ন ॥
কৃষ্ণে বোলে যুধিষ্ঠিৰ শুনিয়ো বচন।
যত যত নাসিচয় আন মুনিগণ ॥৩৫০১৬
গোবিন্দৰ বাক্য শুনি ৰাজা ধৰ্ম্মসুত।
দূত পঠাই মুনিগণ অনাইলা ত্বৰিত ॥
দৈৱজ্ঞ অনাইলা মাতি কৰিয়া বিচাৰ।
শুভলগ্ন চাই দিলা আৰম্ভ যজ্ঞৰ ॥ ৩৫০১৭
শুভক্ষণে যজ্ঞ আৰম্ভিলা ধৰ্ম্মৰাজ।
জয়বাদ্য কৰিলা মঙ্গল যত কাজ ॥
মুনিগণে বেদ পঢ়ে হোম যজ্ঞ জাপ।
যাৰা সবে বিনাশত জন্মান্তৰে পাপ ॥ ৩৫০১৮

বেদবিধি দান কৰে ধৰ্ম্মৰ নন্দন।
মুনিগণ তুষিলেক দিয়া বহু ধন ॥
যজ্ঞৰ পূৰ্ণাত দ্ৰব্য লাগে কোন কোন।
নৃপতিৰ আগে কহে কৰিয়া যতন ॥ ৩৫০১৯
বেদৰ বিধাতা তুমি ত্ৰিজগত গুৰু।
কি কৰিবো সন্তানে থাকন্তে কল্পতৰু ॥
তুমি বিদ্যমানে মই কি কৰিতে পাৰি।
কি কাৰণে আমাত পুছাহা অধিকাৰী ॥৩৫০২০
যতেক আনিবে বোলা শুনাহা শ্ৰীহৰি।
পতিব্ৰতা নাৰী আনা সহস্ৰ সুন্দৰী ॥
সুবৰ্ণৰ ঘটে জল লাগে আনিবাক।
যজ্ঞ পূৰ্ণা দিবে বোলে ভৈলা অভিষেক ॥ ৩৫০২১
পতিব্ৰতা নাৰী স্বামী সঙ্গে ঘট লই।
তীৰ্থজল আনিবাক সুচঞ্চিতা হই ॥
সেহি জলে যজ্ঞঘোৰা কৰাইবেক স্নান।
গন্ধ পুষ্প দিয়া তাকে পূজে বিদ্যমান ॥ ৩৫০২২
সহস্ৰেক দ্বিজবৰ পূজায়ে বৰিয়া।
সুবৰ্ণ ৰজতে তাক সন্তোষ কৰিয়া ॥
শুভক্ষণে ঘোটক ছেদিবা নৰপতি।
তাৰ ৰক্ত লৈবা সুবৰ্ণৰ থালি পাতি ॥ ৩৫০২৩
কুণ্ড মধ্যে হুনিবাহা যতেক মুনিগণে।
তাৰ মাংস খণ্ড খণ্ড কৰিবা যতনে ॥
ঘৃত দিয়া কুণ্ডে মাংস হুনিবা শ্ৰীহৰি।
দেৱপতি মুনিগণে শুভ যজ্ঞ কৰি ॥ ৩৫০২৪
অস্থি মাংস যদি তাৰ ভৈল অৱশেষ।
তেবে যজ্ঞ পূৰ্ণা দিবা শুনা হৃষীকেশ ॥
মন্ত্ৰ নাম লৈয়া অগ্নি পূজিবা বিধানে।
স্ৰুক্ স্ৰুৱ ফল পুষ্প লৈবাহা যতনে ॥ ৩৫০২৫
অষ্টমন্ত্ৰ জপি পূৰ্ণা দিব বিপ্ৰগণে।
বেদৰ বিহিত এই শুনা জনাৰ্দ্দনে ॥
মন্ত্ৰ পঢ়ি হস্তত পুষ্পক লৈব তুলি।
মনৰ বাঞ্ছিত যত সিদ্ধি হৈব বুলি ॥ ৩৫০২৬
দধি মধু দিবা তেবে অগ্নিৰ উপৰে।
দক্ষিণা দিবাহা প্ৰভু তাহাৰ অন্তৰে ॥
তুষ্ট হুয়া দ্বিজে কৰিবেক আশীৰ্ব্বাদ।
বেদধ্বনি কৰিবন্ত হৈবেক সাহ্লাদ ॥ ৩৫০২৭
কহিলো সকলে প্ৰভু তোমাৰ গোচৰ।
এহিমতে যজ্ঞ পূৰ্ণা দিবা দামোদৰ ॥
ব্যাসৰ বচনে হৰি ধৰ্ম্ম ৰাজাগণে।
মন্ত্ৰণা কৰিয়া বোলে সহোদৰ সমে ॥ ৩৫০২৮
যুধিষ্ঠিৰ বিদ্যমানে কহিলা শ্ৰীহৰি।
পতিব্ৰতা নাৰী আনা সহস্ৰ সুন্দৰী ॥
পূৰ্ণাৰ যতেক দ্ৰব্য আনিয়ো সত্বৰ।
কালি যজ্ঞ পূৰ্ণা দিবা শুনা নৃপবৰ ॥ ৩৫০২৯
যুধিষ্ঠিৰে বোলে প্ৰভু শুনা জগন্নাথ।
পতিব্ৰতা এত নাৰী পাইবোহো কোথাত ॥
যদি অনুগ্ৰহ দেৱ থাকয় তোমাৰ।
জলৰ উপায় কাৰ্য্য কৰা দামোদৰ ॥ ৩৫০৩০
তযু পদ পৰে গতি নাহি নাৰায়ণ।
আপুনি উপায় চিন্তা জলৰ কাৰণ ॥
ৰাজাৰ বচনে হাসি বোলে নাৰায়ণ।
জল আনিবাক আসিয়োক নাৰীগণ ॥ ৩৫০৩১
পূৰ্ণাৰ যতেক দ্ৰব্য আনিবো আপুনে।
কিবা প্ৰয়োজন ৰাজা চিন্তা কৰা মনে ॥
এহি বুলি নাৰায়ণ উঠিলা সত্বৰে।
ৰাজাক লগত লৈয়া গৈলা যজ্ঞঘৰে ॥ ৩৫০৩২
যজ্ঞগৃহে গৈয়া যত দ্ৰব্য থৈলা আনি।
পূৰ্ণা দিবে অধিবাস কৰিলন্ত মুনি ॥
শাস্ত্ৰৰ বিধানে যত অধিবাস কৈল।
নৃত্যগীত কৰি সেহি ৰজনী বঞ্চিল ॥ ৩৫০৩৩
ৰজনী প্ৰভাত ভৈল উদিত ভাস্কৰ।
কৃষ্ণ আগে কহিলেক সবে নৃপবৰ ॥
আপুনি ভৈলাহা কৰ্ত্তা কৰা কোন কাজ।
তোমাৰ প্ৰসাদে যেন নাহিকয় লাজ ॥ ৩৫০৩৪
ৰাজাৰ বচনে হাসি বুলিলা শ্ৰীহৰি।
ৰুক্মিণী সহিতে আসা সহস্ৰ সুন্দৰী ॥
কৰযোৰে নাৰীগণে বুলিলা বচন।
কোন কৰ্ম্মে আজ্ঞা কৰা কহিয়ো এখন ॥৩৫০৩৫

হাস্য কৰি ৰুক্মিণীয়ে বুলিলন্ত বাক ।
আমি সমে চলা তোৰা জল ভৰিবাক ॥
সত্যভামা বোলে প্রভু শুনিয়োঁ বচন ।
মানী হুয়া মান প্রভু এৰা কি কাৰণ ॥ ৩৫০৩৬
বেদত শুনিছো প্রভু পুৰুষ প্রধান ।
স্ত্রীসঙ্গে জল ভৰি পাবা অপমান ॥
অপযশ ঘুষিবেক সকল সংসাৰে ।
পত্নীসঙ্গে জল ভৰে দেৱ দামোদৰে ॥ ৩৫০৩৭
অকীৰ্ত্তি ৰহিব লোকে আমি পাইবো লাজ ।
এহি বুদ্ধি কোনে কৈলা দেৱ যদুৰাজ ॥
ধিক ধিক বলবীৰ্য্য জীৱন যৌৱন ।
কাৰ কন্যা হুয়া জল ভৰিবো কেমন ॥ ৩৫০৩৮
আৰো নাৰীগণে বোলে জল ভৰিবাৰে ।
লাজ দূৰ কৰি থৈয়া দেৱ দামোদৰে ॥
হাসিয়া বোলন্ত কৃষ্ণে শুনা সুবদনী ।
জ্ঞাতিবধ ভৰে যজ্ঞ কৰে নৃপমণি ॥ ৩৫০৩৯
পাণ্ডৱৰ হিত মই চিন্তো সৰ্ব্বক্ষণ ।
পৰম বান্ধৱ মোৰ পাণ্ডুৰ নন্দন ॥
মই তুষ্ট ভৈলো যজ্ঞ কৰে নৰপতি ।
তাত কেনে হেন বাক্য বোলা সত্যৱতী ॥৩৫০৪০
সেৱক বৎসল তুমি কৰুণা শৰীৰ ।
পৰম বান্ধৱ মোৰ ৰাজা যুধিষ্ঠিৰ ॥
সতী পতিব্রতা মোৰ সহস্র সুন্দৰী ।
তোৰা সমে আনন্দে আনিবো জল ভৰি ॥৩৫০৪১
বেদত কহিছে সেহি জলে যজ্ঞ হয় ।
পতিব্রতা এত নাৰী কোথাত আছয় ॥
সি কাৰণে জল ভৰিবাক মই যাওঁ ।
ৰাজাৰ সমান বন্ধু কৈত মই পাওঁ ॥ ৩৫০৪২
বিলম্বত প্রয়োজন নাহিকে সুন্দৰী ।
যজ্ঞপূৰ্ণা দিবে লাগি জল আনো ভৰি ॥
কৃষ্ণৰ বচন শুনি যতেক ৰমণী ।
সুবৰ্ণৰ ঘট লৈলা আনিবাক পানী ॥ ৩৫০৪৩
হেন দেখি এক ঘট লৈলা দামোদৰ ।
নাৰী সমে কৃষ্ণদেৱ চলিলা সত্বৰ ॥

একনাৰা এক হৰি আগ পাচ হুয়া ।
পৰম কৌতুকে চলে দিব্য ঘট লৈয়া ॥ ৩৫০৪৪
পাটাম্বৰ পিন্ধি কেহো কহো নেতাঞ্চল ।
শুক্লবস্ত্র পিন্ধি কেহো নামে গঙ্গাজল ॥
মণিমুক্তা হাৰ শোভি আছে তান গলে ।
স্নান কৰিবাক লাগি নামিলন্ত জলে ॥ ৩৫০৪৫
একহৰি একনাৰী কৰে জলকেলি ।
কৃষ্ণ সমে অন্যে অন্যে কৰে জলাঞ্জলি ॥
জল লৈয়া ক্রীড়া কৰে দেৱ নাৰায়ণ ।
সহস্র সুন্দৰী সমে আনন্দিত মন ॥ ৩৫০৪৬
আনন্দে কৰয় কৃষ্ণে জলত বিহাৰ ।
প্রফুল্ল কমল যেন জলত অপাৰ ॥
ক্রীড়া কৌতূহল কৰি ফুৰে জল লৈয়া ।
একগতি একনাৰী পদগতি হৈয়া ॥ ৩৫০৪৭
চতুৰ্ভিতি আশ্চৰ্য্য দেখন্তে সৰ্ব্বজন ।
ত্রিভুৱনপতি জল আনে পত্নী সম ॥
চক্ষুভৰি চাহে সবে অসংখ্যাত হৰি ।
যতনাৰী ততহৰি আনে জল ভৰি ॥ ৩৫০৪৮
আৰ কতোজনে বোলে দেখিয়োঁ কৌতুক ।
বসি আছে কৃষ্ণ জানা ৰাজাৰ সমুখ ॥
আৰো কতোজনে বোলে দেখিয়োঁ বিশেষ ।
মুনিগণ মধ্যে বসি আছে হৃষীকেশ ॥ ৩৫০৪৯
মায়াৰূপ কৃষ্ণদেৱ গুণে নাহি সীমা ।
আশ্চৰ্য্য দেখিয়া সবে হাসে সৰ্ব্বজনা ॥
বিস্ময় দেখিয়া সবে চাহে একমনে ।
ভুৱন মোহন মায়া কেহোৱে নজানে ॥ ৩৫০৫০
নৃত্যগীত আনন্দে আনিলা জলভৰি ।
যজ্ঞ স্থানে জল ভৰি আনিলা শ্রীহৰি ॥
যুধিষ্ঠিৰ বিদ্যমানে বোলে নাৰায়ণ ।
ব্যাস আদি মুনিগণ আনিয়োঁ এখন ॥ ৩৫০৫১
কৃষ্ণৰ বচনে ৰাজা মুনিক অনাইলা ।
ব্যাসক সম্মুখি হৰি তেখনে বুলিলা ॥
কোন জনে কোন কৰ্ম্ম কৰিব এখন ।
ব্যাসে বোলে অশ্ব স্নান কৰিয়োঁ ৰাজন ॥৩৫০৫২

দ্বিজগণ মিলি স্নান কৰায়া ঘোৰাৰে।
চাৰিবেদ মন্ত্ৰপাঠ কৰে বাৰে বাৰে ॥
শতকুণ্ড জলে অশ্ব কৰাইলন্ত স্নান।
ধৌত বস্ত্ৰে জল তুলি দিলা নাৰায়ণ ॥ ৩৫০৫৩
দিব্য অলঙ্কাৰ গন্ধে ভূষণ কৰিলা।
দিব্যবস্ত্ৰ অলঙ্কাৰ ঘোৰাক পিন্ধাইলা ॥
সুবৰ্ণ চম্পক মালা দিলা দিব্যহাৰ।
গন্ধ পুষ্প পাদ্য অৰ্ঘ্য দিলা বাৰম্বাৰ ॥ ৩৫০৫৪
ঘোটক পূজিয়া ৰাজা কৰে তুতি নতি।
অনেক অঞ্জলি দিয়া কৰন্ত প্ৰণতি ॥
সুবৰ্ণ শিকলি ধৰি বাহিৰ কৰিলা।
খাণ্ডা লৈয়া ব্যাস মুনি ঘোটক ছেদিলা ॥ ৩৫০৫৫
সুবৰ্ণৰ পাত্ৰে ৰক্ত থৈলা দ্বিজবৰে।
ঘৃত দিয়া পুনু পুনু হুনয় মন্ত্ৰেৰে ॥
মাংস খণ্ড খণ্ড কৰি স্ৰুৱত ভৰিয়া।
ঘৃত মধু তিল তাতে চৰুৰক দিয়া ॥ ৩৫০৫৬
বিংশতি সহস্ৰ দ্বিজে কৰে বেদধ্বনি।
অগ্নিকুণ্ড মধ্যে মাংস হুনে ব্যাস মুনি ॥
মাংস শেষে মাংস দিয়া হুনে বহুতৰ।
দৈৱবিধি যজ্ঞ কৰে ব্যাস মুনিবৰ ॥ ৩৫০৫৭
ব্যাসে বোলে যুধিষ্ঠিৰ শুনিয়ো বচন।
পূৰ্ণাৰ যতেক দ্ৰব্য আনিয়ো এখন ॥
ধৰ্ম্মপত্নী সমে অগ্নি পূজিয়ো দেৱতা।
মনৰ বাঞ্চিত বৰ মাগা আসি এথা ॥ ৩৫০৫৮
ঋষিৰ বচন শুনি ৰাজা যুধিষ্ঠিৰ।
পূৰ্ণাৰ যতেক দ্ৰব্য আনা মহাধীৰ ॥
দ্ৰৌপদীক আনি ৰাজা বসি একাসনে।
পুষ্পাঞ্জলি লৈলা অগ্নি পূজিলা বিধানে ॥ ৩৫০৫৯
সুবৰ্ণৰ স্ৰুৱ মধ্যে ফল ফুল দিয়া।
ঘৃত মধু হুনে কুণ্ডে চৰুৰ মিসায়া ॥
মন্ত্ৰ পঢ়ি পূৰ্ণা দিলা যত মুনিগণে।
বেদমন্ত্ৰ স্তুতি পাঠ পঢ়ে জনে জনে ॥ ৩৫০৬০
অগ্নিমধ্যে পুষ্প দিলা দণ্ডৱতে পৰি।
পাঞ্চো ভাই সমে ৰাজা অগ্নিপূজা কৰি ॥
সপ্তবাৰ প্ৰদক্ষিণ কৈলা নৰেশ্বৰ।
কাঞ্চন দক্ষিণা দিলা পূজাৰ অন্তৰ ॥ ৩৫০৬১
অছিদ্ৰ কৰিলা পাচে ধৰ্ম্ম নৃপবৰ।
বেদ পঢ়ি আশীৰ্ব্বাদ দিলা মুনিবৰ ॥
প্ৰতি জনে জনে বিপ্ৰে দিলা আশীৰ্ব্বাদ।
পূৰ্ণাৰ সময় নানা কৈলা জয়বাদ্য ॥ ৩৫০৬২
শঙ্খ শিঙ্গা নাদ কৰে নাচে থানে থানে।
বেশ্যাগণে নৃত্য কৰে বজাৱে বাজনে ॥
কৃষ্ণ আগে মন্ত্ৰণা কৰিলা নৃপবৰ।
দৈৱজ্ঞ ব্ৰাহ্মণ যত আছিল অপাৰ ॥ ৩৫০৬৩
একজন প্ৰতি একো ৰত্নাসন দিলা।
মণিমুক্তা পোৱালে সবাকে সন্তোষিলা ॥
এক গজ শত অশ্ব ৰথ একখান।
সহস্ৰেক ধেনু বৎস সঙ্গে দিলা দান ॥ ৩৫০৬৪
ধ্বজ ছত্ৰ অলঙ্কাৰ দিব্য মালা এক।
একদ্বিজ প্ৰতি দিলা প্ৰত্যেক প্ৰত্যেক ॥
একদ্বিজ প্ৰতি ৰাজা এহিমতে দিলা।
মধুৰে বচনে সবে সন্তোষ কৰিলা ॥ ৩৫০৬৫
এহিমতে দান দিয়া সন্তোষিত কৰি।
ৰুক্মিণী সহিতে ৰাজা আছিলা শ্ৰীহৰি ॥
গন্ধে পুষ্প নৈবেদ্যে পূজিলা নাৰায়ণ।
নানা ৰত্ন দিলা ৰাজা অমূল্য ভূষণ ॥ ৩৫০৬৬
যজ্ঞ ফল উছৰ্গিয়া কৃষ্ণ আগে দিলা।
কনক চম্পক মাল্যে অনেক পূজিলা ॥
ভীমে আসি সেৱিলন্ত কৃষ্ণৰ চৰণ।
দুয়ো কুল মধ্যে প্ৰভু নেৰা নাৰায়ণ ॥ ৩৫০৬৭
যোৰহাতে অৰ্জ্জুনে বুলিলা স্তুতি কৰি।
তযু পদে ভক্তি মোৰ থাকোক শ্ৰীহৰি ॥
নকুলে বোলন্ত হৰি দায়াৰ ঠাকুৰ।
তোমাৰ চৰণে ভক্তি হৌক দামোদৰ ॥ ৩৫০৬৮
সহদেৱে বোলে হৰি দেৱ দামোদৰ।
জন্মে জন্মে নাৰায়ণ নছাৰিবা মোৰ ॥
প্ৰণাম কৰিয়া বোলে দেৱী যাজ্ঞসেনী।
অবিৰত মই যেন দেখো চক্ৰপাণি ॥ ৩৫০৬৯

পাণ্ডৱৰ স্তুতি দেখি তুষ্ট ভৈলা হৰি।
ৰাজ্য সমন্বিতে কৃষ্ণ চলে নিজ পুৰী ॥
কুন্তী গান্ধাৰীক পাচে নমস্কাৰ কৰি।
ৰথে চৰি নিজ পুৰী চলিলা শ্ৰীহৰি ॥ ৩৫০৭০
পাঞ্চ ভাই দ্ৰৌপদী আনন্দ কৰি মন।
পাঞ্চ ভাই সমে ৰাজা কৰিলা গমন ॥
ভ্ৰাতৃসমে আসি ৰাজা বসিলা মন্দিৰে।
কৃষ্ণক স্মৰিয়া ৰাজা বিকল শৰীৰে ॥ ৩৫০৭১
ভ্ৰাতৃসব প্ৰবোধিয়া ৰাজা যুধিষ্ঠিৰ।
কৰিলা নানান ব্যগ্ৰ মন কৰি স্থিৰ ॥
আনন্দে বঞ্চিলা ৰাজা কৰি নানা সুখ।
বিমৰিষ কৰি মনে কিছুমাত্ৰ দুখ ॥ ৩৫০৭২
ৰাজাৰ বচনে চলে চাৰি সহোদৰ।
পত্নীসমে গৈলা নিজ যাৰ যেহি ঘৰ ॥
চাৰি সহোদৰ গৈলা যাৰ যেহি পুৰে।
ক্ৰীড়া কৌতূহল কৰে বিনোদ মন্দিৰে ॥ ৩৫০৭৩
দৌপদী সহিতে ধৰ্ম্ম গৈলা নিজপুৰী।
অকণ্টকে ৰাজ্যভোগ কৰন্ত শ্ৰীহৰি ॥
ব্ৰাহ্মণ দৈৱজ্ঞ সব যত আছে মানে।
তুষিলেক নানাবিধে বস্ত্ৰ আভৰণে ॥ ৩৫০৭৪
গো ভূমি কাঞ্চন দিলা নানাবিধ দান।
আশীৰ্ব্বাদ কৰি গৈলা যাৰ যেহি স্থান ॥
চলিলন্ত কৃষ্ণ দেৱ দ্বাৰকা নগৰ।
এৰাইলেক নদী নদ নিকুঞ্জ বিস্তৰ ॥ ৩৫০৭৫
প্ৰৱেশিলা কৃষ্ণ গৈয়া দ্বাৰকা নগৰ।
দ্বাৰকাবাসীয়ে দেখি আনন্দ অপাৰ ॥
যাৰ যেহি গৃহে গৈলা যত নাৰীগণ।
সৈন্য সেনাপতি ৰথী যত বীৰগণ ॥ ৩৫০৭৬
সমস্তকে তুষিলেক দিয়া নানা ধন।
বস্ত্ৰ আভৰণ পাই হৰষিত মন ॥
নট ভাট তুষিলেক বস্ত্ৰ অলঙ্কাৰে।
পৰম আনন্দে গৈলা যাৰ যেহি ঘৰে ॥ ৩৫০৭৭
তপস্বী সন্যাসী যোগী বহু যত দুখী।
বেশ্যা সমস্তক ধনে কৰিলন্ত সুখী ॥
যতী সতী পতিব্ৰতা যত নাৰীগণ।
তুষিলন্ত যুধিষ্ঠিৰে দিয়া বহু ধন ॥ ৩৫০৭৮
ধৰ্ম্ম পুৰোহিতক তুষিলা নানা ধনে।
সৰ্ব্বলোক তুষ্ট ভৈলা নানাবিধ দানে ॥
পুৰীমধ্যে নাৰীগণ আনা নৃপবৰে।
তুষিলন্ত নানা বিধ অনেক প্ৰকাৰে ॥ ৩৫০৭৯
মাতৃগণ পিতৃগণ মিত্ৰ বন্ধুজন।
বস্ত্ৰ অলঙ্কাৰে ৰাজা কৰিলা ভূষণ ॥
জৈমিনী বদতি কথা শুনা জন্মেজয়।
এহিমতে যজ্ঞ কৈলা ধৰ্ম্ম মহাশয় ॥ ৩৫০৮০
কহিলো সকলে কথা শুনা মহামতি।
যেহিমতে অশ্বমেধ কৈলা নৰপতি ॥
মাঙ্গল্য কৰিলা হৰগৌৰীৰ মঙ্গল।
মঙ্গল কৰিলা সবে দেৱতাসকল ॥ ৩৫০৮১
মাঙ্গল্য কৰিলা লক্ষ্মীদেৱী বিষ্ণু সমে।
আনন্দে মাঙ্গল্য কৰে বিৰিঞ্চি তেখনে ॥
মাঙ্গল্য কৰয় সবে স্বৰ্গে পুৰন্দৰ।
অশ্বমেধ যজ্ঞ কৰে ধৰ্ম্ম নৃপবৰ ॥ ৩৫০৮২
আকাশে দুন্দুভি বাজে নাচে অপেশ্বৰা।
নানামতে ৰঙ্গ ঢঙ্গ ভৈলন্ত প্ৰজাৰ ॥
চন্দ্ৰ সূৰ্য্য বায়ু দেৱ বৰুণ সমান।
জলত সাগৰে নাচে জল দৈত্যগণ ॥ ৩৫০৮৩
অশ্বমেধ পুণ্য কথা ভাৰতৰ সাৰ।
শুনিলে সকলে পাপ হোৱয় সংহাৰ ॥
ব্ৰহ্মহত্যা গোহত্যা সুৰাদি পাতক।
শুনিলে সকলে পাপ হৱে বিনাশক ॥ ৩৫০৮৪
ধন ধান্য বাঢ়ে সবে পাৱে মুক্তিপদ।
পাপ নাশ পুণ্য বাঢ়ে অতুল্য সম্পদ ॥
ভণয় সুবুদ্ধি দাসে অশ্বমেধপৰ্ব্ব।
ইহলোকে সুখভোগ পৰলোকে স্বৰ্গ ॥ ৩৫০৮৫
যেহি গাৱে যেহি শুনে অন্তে স্বৰ্গগতি।
সভাসদে বৰ দিয়োক দেৱী লক্ষ্মীপতি ॥
কৃষ্ণৰ কিঙ্কৰে কহে এৰা আন কাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥ ৩৫০৮৬

অশ্বমেধপৰ্ব্ব সমাপ্ত

অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

## আশ্ৰমিক পৰ্ব্ব

মঙ্গলাচৰণ

পদ

জয় জয় যদুপতি যাদৱ মাধৱ ।
জয়তি জগত গুৰু পাণ্ডৱ বান্ধৱ ॥
যাৰ নাম গুণচয় পাপৰ দাহক ।
চৰণে শৰণ লৈলো ৰাখিবা আমাক ॥ ১
তুমি সদানন্দ পিতা তুমিয়ে বিধাতা ।
তুমি মহামোক্ষ ৰূপ তুমি সুখদাতা ॥
মহামোক্ষ পাৱে তযু সেৱাৰ প্ৰভাৱে ।
এতেকে ভজিলো মই পাপী তযু পাৱে ॥ ২
নমো নমো কৃষ্ণদেৱ পুৰুষ উত্তম ।
সৰ্ব্বধৰ্ম্মশিৰোমণি তুৱা গুণ নাম ॥
মঙ্গলৰো সুমঙ্গল চৰণ তোমাৰ ।
তযু পাৱে কৰো শত শত নমস্কাৰ ॥ ৩
যুগে যুগে অৱতাৰ ধৰা তুমি হৰি ।
সন্তক পালন কৰা দুষ্টক সংহৰি ॥
কৃষ্ণৰূপে গোকুলত হুয়া অৱতাৰ ।
ব্ৰজ আৰো বৃন্দাবনে কৰিলা বিহাৰ ॥ ৪
সেৱকবৎসল তুমি সেৱাক ৰখানি ।
পাণ্ডৱ বান্ধৱ ভৈলা অসহায় জানি ॥
দুৰ্ব্বাসা মুনিৰ কোপে কৰিলা ৰক্ষণ ।
দ্ৰৌপদী সতীৰ লাজ কৈলা নিবাৰণ ॥ ৫
মোহ জলধিত তল গৈলা পাৰ্থ ৰথী ।
বেত্ৰহস্ত হুয়া তুমি পাৰ্থৰ সাৰথি ॥
কৰ্ম্মজ্ঞান ভক্তিযোগে মহানৌকা দিলা ।
আপোন দয়ায়ে অৰ্জ্জুনক উদ্ধাৰিলা ॥ ৬
দৰিদ্ৰ বিপ্ৰৰ সাধিলাহা বহুমান ।
উদ্ধৱ বান্ধৱ বুলি দিলা ভক্তি জ্ঞান ॥
এতেকতে পুনৰপি কৰো দণ্ডৱত ।
তযু কৃপা অণুমাত্ৰ মিলোক আমাত ॥ ৭
তোমাৰ কৃপাৰ পাত্ৰ যিটোজন হয় ।
বোবা হুয়া বহুকথা স্বভাৱে কহয় ॥
মহা মূৰ্খজন হোৱে বেদজ্ঞ পণ্ডিত ।
পঙ্গু হুয়া উলঙ্ঘয় উচ্ছ্ৰিত পৰ্ব্বত ॥ ৮
ইহ পৰলোকে পাৱে মুকুতি অপাৰ ।
গো-খোজ সমানে তৰে দুস্ত্যজ সংসাৰ ॥
তোমাৰ কৃপাৰ প্ৰভু কি কৈবো মহিমা ।
ব্ৰহ্মা হৰ আদি দেৱে নপাৱন্ত সীমা ॥ ৯
নজানোহো স্তুতি নতি নজানো ভকতি ।
পশু-পক্ষী সুখলব্ধ আমি মন্দমতি ॥
নুবুজিলো মনুষ্য জন্মৰ কিবা হিত ।
পত্নী পুত্ৰ ধন লাগি দ্ৰৱ ভৈলা চিত ॥ ১০

তাতে ৰোগ ঋণ তাপ ভৈল অনুকূল।
জঠৰ জ্বালাত সদা ইন্দ্রিয় বিকল॥
মায়া মোহে পৰাণৰ ভৈলো বধভাগী।
যমৰ যাতনা ঘোৰ আমি লৈলো মাগি॥ ১১
পতিত পাৱন কৃষ্ণ অনাথৰ নাথ।
তোমাৰ চৰণে মই দমাইলো মাথ॥
চিত্ত বৃত্তি প্ৰবৰ্ত্তক তুমি নাৰায়ণ।
এতেকতে কৰা কৃপা অণু পৰিমাণ॥ ১২
অনাথ জনৰ সাধিয়োক মহাহিত।
বাঞ্ছা পূৰ্ণ হৌক প্ৰভু তোমাৰ কৃপাত॥
আশ্ৰমবাসিক পৰ্ব্ব ব্যাসৰ ৰচিত।
বখানিলা অন্ধৰ বৈৰাগ্য কথা যত॥ ১৩
ভাৰতৰ কথা ইটো সন্তৰ কাহিনী।
হৰিসেৱা সুখলব্ধ হয় যাক শুনি॥
পণ্ডিতৰ মুখে শুনি বিৰচিলো আমি।
শ্ৰৱণ কীৰ্ত্তনে আত্মা হৌক মোক্ষগামী॥ ১৪
দ্বিজ গুৰু পাদপদ্ম হৃদয়ত ধৰি।
দণ্ডৱতে শত শত নমস্কাৰ কৰি॥
প্ৰণামোহো মাতা পিতা প্ৰকৃতি পুৰুষ।
সৃজন পালন ৰূপে সন্তানৰ ঈশ॥ ১৫
সন্ত মহন্তক অষ্টাঙ্গতে কৰো নতি।
নৰ-নাৰী সমজ্যাক আমাৰ মিনতি॥
পুনু পুনু সুধীবৃন্দে কৰিছো কাকুতি।
পদত দূষণ দেখি ক্ষমিবা সম্প্ৰতি॥ ১৬
স্বৰূপে মূৰুখ আমি অজ্ঞ আতিশয়।
অবাঞ্ছিত কাৰ্য্যে যেন কৰিলো নিশ্চয়॥
অবাক্যেও বাক্য হয় কৃষ্ণৰ কথাত।
ভাৰতৰ কথা জানি হোৱা সন্তোষিত॥ ১৭
যেন কূপোদক পানী গঙ্গাজল পায়।
সিয়ো গঙ্গাজল হুয়া পাপীক তৰায়॥
এতেক মহিমা জানি ব্যাস তপোধন।
জন্মেজয় ৰাজাক দিলন্ত সন্নিধান॥ ১৮
ভাৰতৰ কথা শুনা একচিত্ত মনে।
দুৰ হৈব শোক তাপ অথিৰ জীৱনে॥
স্বভাৱে হৈবন্ত জানা কৃষ্ণত ভকতি।
ভকতি বলত পাইবা ভুকুতি মুকুতি॥ ১৯
হেন জানি লৈয়ো সবে কৃষ্ণত শৰণ।
সমস্ত ধৰ্ম্মৰ মূল কৃষ্ণৰ কীৰ্ত্তন॥
বিৰচিল কালিদাস তৰিবাৰ কাম।
সবে ডাকি সৰ্ব্বক্ষণে বোলা কৃষ্ণ ৰাম॥ ২০

---

যুধিষ্ঠিৰৰ ৰাজ্যপালন

ছবি

জন্মেজয় নিগদতি শুনা মুনি মহামতি
অনন্তৰে কহিয়োক কথা।
পিতামহ কথাচয় শুনন্তে অমৃতময়
খণ্ডিল মনৰ পাপ ব্যথা॥
মহাত্মা পাণ্ডৱগণ ধৰ্ম্ম সেৱাপৰায়ণ
ব্যাসৰ আদেশ অনুসৰি।
অশ্বমেধ যজ্ঞ কৰি শোক দুখ পৰিহৰি
ৰাজ্যক চৰ্চ্চিল কেন কৰি॥ ২১
যুধিষ্ঠিৰ মহাযশী ৰাজসিংহাসনে বসি
পুত্ৰৱতে পালিলা প্ৰজাক।
অন্ধ নৃপতিৰ প্ৰতি দেখুৱাই কিবা ভক্তি
সন্তোষিলা গান্ধাৰী আত্মাক।
জ্ঞাতি গোত্ৰ মিত্ৰ যত সমস্তে ভৈলন্ত হত
শত পুত্ৰ গৈলা পৰলোক।
হেন ধৃতৰাষ্ট্ৰ ৰায় গান্ধাৰীক লগে লই
কেনমতে খপিলা কালক॥ ২২
বৈশম্পায়ন মুনি নিগদতি নৃপমণি
ধৰ্ম্ম মাত্ৰ লোকৰ সম্পদ।
সংসাৰ বৈভৱ ধন জল বুদ বুদ যেন
সমস্ততে মিলয় আপদ॥
বন্ধু বান্ধৱৰ স্নেহ কেৱলে দুখৰ ক্লেশ
নিমিষতে সবে হোৱে নাশ।

পুত্ৰ পৌত্ৰ ভ্ৰাতৃ যত স্বপ্নৰ বৈভৱ মত
কৌৰৱত বুজিলা বিশেষ ॥ ২৩
ধৰ্ম্মেসে সবাৰো গুৰু ধৰ্ম্মসেৱা মোক্ষ তৰু
সুবাসনা পায় পুৰুষক।
গুচয় মলিন বুদ্ধি আত্মাক কৰয় শুদ্ধি
সাক্ষাতে দেখাহা পাণ্ডৱক ॥
অধৰ্ম্মৰ কাৰ্য্যচয় জ্ঞাতি মিত্ৰ বিড়ম্বয়
আপোনাৰ সাধয় প্ৰলয়।
জানি তুমি নৰপতি ধৰ্ম্মত ৰাখাহা মতি
ধৰ্ম্মপন্থা কৰিয়ো আশ্ৰয় ॥ ২৪
কৰিয়োক হিতকৰ্ম্ম যিজনে ৰাখয় ধৰ্ম্ম
আৰু ধৰ্ম্মে সদা ৰক্ষা কৰে।
ধৰ্ম্মৱন্ত যিবা হয় সমস্তৰে প্ৰীতি পায়
সৰ্ব্বক্ষণে পুণ্যক আচৰে ॥
এতেকতে ধৰ্ম্ম প্ৰাণ তযু পিতামহগণ
অশ্বমেধ কৰি সমাপন।
সদা প্ৰীতি বাক্য ধৰি প্ৰজাগণে সমাদৰি
ৰাজ্যক চৰ্চ্চিল ৰঙ্গমন ॥ ২৫
শত্ৰু মিত্ৰে সম মতি অৰ্থে নাহি আসকতি
নাহি আৰু দম্ভ দ্বেষচয়।
ব্ৰত পূজা যজ্ঞদানে দেৱ দ্বিজ ব্ৰাহ্মণক
কায় বাক্যে সদা উপাসয় ॥
ধৃতৰাষ্ট্ৰ নৃপতিক সেৱা কৰে প্ৰতি নিত
মান্য কৰে পিতৃতো অধিক।
শুদ্ধমতি সদাশয় সকলো বান্ধৱময়
বখানয় সবে পাণ্ডৱক ॥ ২৬
ধৰ্ম্মত নিপুণ শ্ৰেষ্ঠ দয়াশীল কৰ্ম্মনিষ্ঠ
যুধিষ্ঠিৰ ৰাজ-ৰাজেশ্বৰ।
হেন ৰাজা মহাভাগ সজ্জনত অনুৰাগ
অধৰ্ম্মীজনৰ চিত্তে মাৰ ॥
সত্য শৌচ দয়া দান শৰণাগতক ত্ৰাণ
আতুৰক অভয় প্ৰদান।
হেন ৰাজোচিত ধৰ্ম্ম পাণ্ডৱৰ নিত্যকৰ্ম্ম
জানি প্ৰশংসয় সৰ্ব্বজন ॥ ২৭

হেনমতে পাণ্ডুসুত হুয়া ধৰ্ম্মে অনুগত
অন্ধৰ আদেশ প্ৰতিপালি।
পঞ্চভ্ৰাতৃ সমাদৰে পঞ্চদশ বৰ্ষ ৰাজ্য
কৰিলন্ত আতি কুতূহলি ॥
পঞ্চদশ বৰ্ষ ভৈলা অন্ধৰাজ বনে গৈলা
সঙ্গে কুন্তী গান্ধাৰী সঞ্জয়।
সন্ন্যাস আনিল মনে হৰিপদ সেৱা ধ্যানে
তিনিবৰ্ষ কাল যেৱে ক্ষয় ॥ ২৮
বন পোৰা বহ্নি পাই দেহা কৰিলন্ত ছাই
শুনি পাণ্ডৱৰ মিলে শোক।
জেষ্ঠপিতৃ জননীৰ শ্ৰাদ্ধ কৰি অনন্তৰ
যজ্ঞ দানে তুষি ব্ৰাহ্মণক ॥
অনন্তৰে পাণ্ডুপুত্ৰ ৰাজ্যভোগ ভুঞ্জিলন্ত
কৃষ্ণৰ সেৱাত ৰাখি মতি।
সমস্ত কথাকে আৰে কহিবোহো তযু আগে
শুনা জন্মেজয় নৰপতি ॥ ২৯
আশ্ৰমবাসীক পদ আতি মহা বিদগদ
শ্ৰৱণে বাসনা কৰে ক্ষয়।
গুচয় মলিন বুদ্ধি আত্মাক কৰন্ত শুদ্ধি
অল্পকালে মায়াক তেজয় ॥
কৃষ্ণসেৱা মনে আশ ভণিলন্ত কালিদাস
আশ্ৰমিক পৰ্ব্ব পদচয়।
মলিন পাতকচয় সম্যকে হুউক লয়
বোলা সবে ৰাম কৃষ্ণ জয় ॥ ৩০

---

### যুধিষ্ঠিৰৰ নগৰ নিৰ্ম্মাণ আৰু ধৃতৰাষ্ট্ৰ-গান্ধাৰীৰ শুশ্ৰূষা

#### পদ

মুনি বোলে শুনিয়োক ৰাজা জন্মেজয়।
যুদ্ধত নিহত যেৱে ভৈলা শত্ৰুচয় ॥
মহাত্মা পাণ্ডৱগণ লভি সিংহাসন।
বিশ্বকৰ্ম্মা সম শিল্পী আনি কত জন ॥ ৩১

কৰাইলন্ত ঠায়ে ঠায়ে নগৰ নিৰ্ম্মাণ।
বাট ঘাট সবোবৰ কৰি বিতোপন॥
স্থানে স্থানে অট্টালিকা সাজিল যতনে।
হীৰা মণি মাণিক্য লগাই পাৰে মানে॥ ৩২
স্থানে স্থানে সাজিলন্ত হৰিৰ মন্দিৰ।
সুবৰ্ণ ৰজত ৰত্নে কৰি জাতিষ্কাৰ॥
পোৱাল মুকুতা মণি গাঠি শাৰী শাৰী।
সবাৰ সহিত চন্দ্ৰতাপ দিছে আৰি॥ ৩৩
ঠায়ে ঠায়ে সাজিলন্ত অতিথিৰ ঘৰ।
বহু উপহাৰে ৰাখে ভোজন সম্ভাৰ॥
দোকান পোহাৰ হাট পাতে স্থানে স্থানে।
নানা দ্ৰব্য কিনা বেচা কৰে সৰ্ব্বক্ষণে॥ ৩৪
আৰো নানা কাৰ্য্যে সাধে প্ৰজাৰ কুশল।
পুত্ৰস্নেহে প্ৰজাক কৰন্ত প্ৰতিপাল॥
চাৰি জাতি প্ৰজা মানে থাকে চাৰি কাজে।
নপাৱয় চিন্তা দুখ বঞ্চি সিটো ৰাজে॥ ৩৫
নাহি লোক অপযশ নাহি শত্ৰুভয়।
নৰনাৰী সুমঙ্গলে বিষয় ভুঞ্জয়॥
বোলে কৌতূহলে হস্তিনাৰ প্ৰজা যত।
যুধিষ্ঠিৰ সম ৰাজা নাহিকে লোকত॥ ৩৬
দৰিদ্ৰক কৰে দান অন্ন আভৰণ।
গুণী জ্ঞানী পণ্ডিতক কৰে বহু মান॥
ঋষি মুনি ব্ৰাহ্মণক সেৱে সমাদৰে।
ভূমি ৰত্ন ধেনু বস্ত্ৰ সদা দান কৰে॥ ৩৭
হেনমতে প্ৰজাৰ সতত চিন্তি হিত।
অন্ধৰ চৰণ সেৱা কৰে নিতে নিত॥
সেৱা পায়া ধৃতৰাষ্ট্ৰ সদায় সন্তোষ।
পাসৰিলা যেন পুত্ৰশোক মহাদুখ॥ ৩৮
অন্ধৰ আনন্দ লাগি সেৱক পৰায়।
কৰে আপোনাৰ ৰাজকাৰ্য্য সমুদায়॥
মনে মনে যুধিষ্ঠিৰ চিন্তন্ত সৰ্ব্বথা।
ৰাজোচিতে ৰক্ষা হোক জ্যেষ্ঠৰ মৰ্য্যাদা॥ ৩৯
এহি হেতু নিৰ্ম্মিলন্ত নতুন আবাস।
গান্ধাৰী সহিতে তৈত দিলন্ত নিৱাস॥
আৱাস লগতে নিৰ্ম্মিলন্ত সভাস্থান।
মধ্যত থাপিল ৰত্নময় সিংহাসন॥ ৪০
দাস দাসী পাত্ৰ পুৰোহিত সুমঙ্গলে।
বসি থাকে অন্ধৰাজ আতি কুতুহলে॥
বেদব্যাস কৃপাচাৰ্য্য বিদুৰ সঞ্জয়।
অন্ধৰ সন্তোষ হেতু তথাত থাকয়॥ ৪১
ভ্ৰাতৃসমে যুধিষ্ঠিৰ হয় উপগত।
ভৃত্যসমে পালে আজ্ঞা যি হয় উচিত॥
ভ্ৰাতৃ সমস্তকো বোলে বিনয় বচন।
যদি মোত স্নেহ ভক্তি আছে অনুক্ষণ॥ ৪২
ক্ৰুৰভাৱ এৰি সবে এৰি কোপ মন।
কায় মন বাক্যে সেৱা অন্ধৰ চৰণ॥
পুত্ৰ নাতি হীন অন্ধ শোকে দগ্ধ আতি।
আমাৰ সেৱাত যেন হয় হৃষ্টমতি॥ ৪৩
অযাচিতে দিবা অন্ন বস্ত্ৰ আভৰণ।
এতেকে সন্তোষ আমি স্বৰূপ বচন॥
হেনমতে প্ৰিয়বাক্য সাদৰি ভ্ৰাতৃক।
সেৱা কৰে যুধিষ্ঠিৰ অন্ধ নৃপতিক॥ ৪৪
পাই অন্ধ পাণ্ডৱৰ সস্নেহ ভকতি।
সদায় সন্তুষ্ট আতি প্ৰফুল্ল মুকতি॥
হৃষ্ট চিত্তে বসে সদা আপোন সভাত।
পৰম আনন্দ পায় সভাসদ যত॥ ৪৫
দেৱঋষি পিতৃগণ ৰহস্য বিষয়।
কথোপকথনে ব্যাসদেৱে আলাপয়॥
আচাৰ বিচাৰ নীতিধৰ্ম্ম যত যত।
বখানন্ত বিদুৰে সঞ্জয় মানে হিত॥ ৪৬
বিদুৰৰ ৰাজনীতি আতি বিচক্ষণ।
নীতিৰ প্ৰভাৱে কাৰ্য্য মিলে বিদ্যমান॥
সমস্ত নৃপতি সবে আসি ইটো স্থান।
হয় হস্তী ৰথ ৰত্নে কৰন্ত সম্মান॥ ৪৭
বন্দীসকলৰ হয় বন্ধবিমোচন।
প্ৰাণদণ্ডযোগ্য ব্যক্তি পায় প্ৰাণদান॥
দয়া দান ধৰ্ম্মে দৰিদ্ৰতা দূৰ হৈল।
ৰামৰাজ্য সম সুখ লোকন্ত মিলিল॥ ৪৮

মুনি বোলে শুনিয়োক ৰাজা জন্মেজয়।
ধৰ্ম্ম অৱতাৰ ৰাজা ধৰ্ম্মৰ তনয় ॥
জ্যেষ্ঠ পিতৃ অন্ধক সন্তোষি হেনমতে।
গান্ধাৰীকো সন্তোষয় সেৱা ধৰি চিত্তে ॥ ৪৯
দ্ৰৌপদী সুভদ্ৰা কুন্তী চিত্ৰাঙ্গদা সতী।
উলুপী উত্তৰা আদি যতেক আয়তী ॥
সকলোৱে গান্ধাৰীৰ ওচৰত ৰই।
নানামতে কৰে সেৱা যেন মহাদই ॥ ৫০
সেৱাত সন্তোষি পাসৰন্ত শোক দুখ।
সস্নেহে চাহন্ত দেৱী পাণ্ডৱৰ মুখ ॥
যুধিষ্ঠিৰ শিৰঘ্ৰাণি কৰন্ত চুম্বন।
আশীষ বৰষে সদা প্ৰফুল্লিত মন ॥ ৫১
যুধিষ্ঠিৰ নৃপতিৰ আতি শুদ্ধমতি।
মনে মনে কৃষ্ণপাৱে কৰন্ত ভকতি ॥
জগতৰ আত্মা কৃষ্ণ অগতিৰ গতি।
বোলে তযু পাৱে নছাৰোক মোৰ মতি ॥ ৫২
আপুনি আসিয়া ভৈলা বান্ধৱ আমাৰ।
তোমাৰ কৃপাত জীৱে পাণ্ডুৰ কুমাৰ ॥
তুমিসম বান্ধৱ নাহিকে পাণ্ডৱৰ।
দুখৰ সহায় মাত্ৰ চৰণ তোমাৰ ॥ ৫৩
যত উপকাৰ নাপাৰিবো সুজিবাক।
নিজগুণে কিনি লৈলা পাণ্ডুৰ পুত্ৰক ॥
এহিবুলি সৰ্ব্বক্ষণে কৃষ্ণক চিন্তয়।
ঐশ্বৰ্য্য বিভূতি বল কৃষ্ণত অৰ্পয় ॥ ৫৪
ধন্য ধন্য যুধিষ্ঠিৰ নৃপতি প্ৰধান।
ৰাজসিংহাসনে যেন ভৈল তপোবন ॥
লোকৰ কুশল চিন্তি কৰে সৰ্ব্বকাম।
মনে মুখে সৰ্ব্বক্ষণে বোলে ৰাম ৰাম ॥ ৫৫
আশ্ৰমিকপৰ্ব্ব কথা পাণ্ডৱ চৰিত্ৰ।
শ্ৰৱণ কীৰ্ত্তনে হয় হৃদয় পৱিত্ৰ ॥
বিৰচিল কালিদাস সন্তসেৱা ধৰি।
পাতক ছাৰোক ডাকি বোলা হৰি হৰি ॥ ৫৬



ভীমৰ কটুবাক্যত ধৃতৰাষ্ট্ৰৰ খেদ আৰু সঞ্জয়-বিদুৰৰ সান্ত্বনা বাণী

পদ

মুনি বোলে শুনা পৰীক্ষিতৰ তনয়।
পাণ্ডৱ চৰিত্ৰ কথা আতি মনোময় ॥
ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ ধৰ্ম্মৰ মুৰুতি।
ধৃতৰাষ্ট্ৰ গান্ধাৰীৰ সাধিবাক প্ৰীতি ॥ ৫৭
ভ্ৰাতৃসমে দুহান্তক সেৱন্ত আপুনি।
আজ্ঞা মাত্ৰ কৰে কাৰ্য্য একোকে নুগুণি ॥
যদি কিবা কাৰ্য্যচয় নমানয় মনে।
তথাপিতো কৰে কাৰ্য্য অন্ধৰ কাৰণে ॥ ৫৮
সৰ্ব্বক্ষণে যুধিষ্ঠিৰে মনত গুণন্ত।
জ্যেষ্ঠ পিতৃ শোক তাপে সদায় জ্বলন্ত ॥
শত ভ্ৰাতৃ দুৰ্য্যোধন চন্দ্ৰ সমসৰ।
পৰম বান্ধৱ কত মহা বলীয়াৰ ॥ ৫৯
আমাৰ কাৰণে সবে গৈলা যমলোক।
ইটো মহাশোক দুখে পীড়য় অধিক ॥
এতেকে সেৱাতে হৌক শোকৰ প্ৰলয়।
দিন ৰাত্ৰি সৰ্ব্বক্ষণে ইহাকে ভাবয় ॥ ৬০
ভ্ৰাতৃসমে আলোচি অন্ধৰ চাপি পাশ।
অন্ধ নৃপতিক ভাবে দেৱতা সদৃশ ॥
সুচিন্তিতে যোগান ধৰন্ত প্ৰতিনিতে।
ধৈৰ্য্যৱন্ত যুধিষ্ঠিৰ ভ্ৰাতৃ সমন্বিতে ॥ ৬১
হেনমতে সেৱা পায় কৌৰৱ প্ৰধান।
শুদ্ধচিত্তে শুক্ল বস্ত্ৰ কৰি পৰিধান ॥
স্নান দান তৰ্পণ কৰয় প্ৰতিনিত।
মনে যেন কচয় ভুঞ্জন্ত দধি ভাত ॥ ৬২
ৰবিৰ উদয় জানি অন্ধ নৰপতি।
স্নানহেতু চলে ৰঙ্গে গান্ধাৰী সহিতি ॥
গঙ্গাত কৰন্ত স্নান ধৰি কৃতাঞ্জলি।
ৰাৱ কাঢ়ে মনে মনে গঙ্গা গঙ্গা বুলি ॥ ৬৩

স্নানৰ শেষত ফল ফুল জল লই।
মহা ধ্যানে পিতৃগণে তৰ্পণ কৰয় ॥
অনন্তৰে গৃহে আসি উপসম হই।
ঋষি মুনি ব্ৰাহ্মণৰ সন্তোষি হৃদয় ॥ ৬৪
পিতৃগণ উদ্দেশে কৰন্ত নানা দান।
স্বৰ্ণ ভূমি ধেনু বৎস যেন হয় মন ॥
যুধিষ্ঠিৰে যোগান্ত যতেক অভিলাষ।
যাৰে পিতৃ মনত নকৰে অসন্তোষ ॥ ৬৫
বৃকোদৰ অৰ্জ্জুন নকুল সহদেৱ।
যথা যোগ্য আজ্ঞা পালি নিতে কৰে সেৱ ॥
কিন্তু বীৰ বৃকোদৰ ধৰ্ম্ম আজ্ঞা পাই।
জ্যেষ্ঠ পিতৃ অন্ধক যদিবা উপাসয় ॥ ৬৬
মনে মনে পূৰ্ব্ব দুখ স্মৰণ কৰন্ত।
এতেক সময়ে দীৰ্ঘশ্বাস ফোকাৱন্ত ॥
সময়ে বোলন্ত ক্ৰোধে নানা কটু ভাঁষ।
কেহো বেলা নানা বাক্যে কৰে পৰিহাস ॥ ৬৭
ছোৱাল কালত মোক মাৰিবাক মনে।
বিষলাৰু ভুঞ্জাইলি পৰম যতনে ॥
অগ্নিগৃহ সাজি পুৰিলিহি পাঞ্চজন।
আনন্দ কৰিলি কাঢ়ি লৈলি সিংহাসন ॥ ৬৮
শত্ৰুবুদ্ধি ভুঞ্জাইলি অনেক নিকাৰ।
সিসব সুমৰি মনে লাগয় ধিকাৰ ॥
দুষ্টবুদ্ধি দুৰ্য্যোধন হিংসিল সৰ্ব্বথা।
নকৰিলা পাণ্ডৱৰ কোননো অৱস্থা ॥ ৬৯
পাশা খেলি ধন ৰাজ্য সমস্তকে নিলা।
এক বস্ত্ৰে দ্ৰৌপদীক সভাক আনিলা ॥
দ্ৰৌপদী কান্দিল আতি আৰ্ত্তনাদ কৰি।
শুনি নুশুনিলা তুমি পুত্ৰক আদৰি ॥ ৭০
আতি পাপাচাৰী তোৰ পুত্ৰ এক শত।
ধৰ্ম্মাধৰ্ম্ম পাপ-পুণ্য নগণি মনত ॥
পাৰে মানে আমাক হিংসিল নিৰন্তৰ।
তাৰ ফলে মিলিল এতেক অথন্তৰ ॥ ৭১
সঞ্জয় বিদুৰ ব্যাসদেৱ মহামতি।
নানামতে বুজাইলন্ত ধৰ্ম্মক প্ৰকটি ॥
যদুকুলপতি কৃষ্ণ বান্ধৱ প্ৰধান।
দুত হুয়া আসিলন্ত কৌৰৱৰ স্থান ॥ ৭২
পাঞ্চভ্ৰাতৃ লাগি পাঞ্চগ্ৰাম মাগিলন্ত।
শুনি নুশুনিল উপহাস কৰিলন্ত ॥
দুষ্ট কৰ্ণ শকুনিক মানিলন্ত হিত।
জয় পৰাজয় হৌক সম্মুখ যুদ্ধত ॥ ৭৩
যেন দুই বাস ঘৰিষণে জ্বলে জুই।
সমস্ত বংশৰ বন পুৰি কৰে ছাই ॥
কৌৰৱৰ হেনমত অকাৰ্য্য ফলত।
মৰিল দৰ্পিষ্ঠ দুষ্ট ভ্ৰাতৃ এক শত ॥ ৭৪
শকুনি প্ৰভৃতি দুষ্টকামী যত যত।
সবে যমলোকে গৈলা আমাৰ হাতত ॥
তথাপিতো পূৰ্ব্বদুখ নপাহৰো আমি।
আমাত বোলাবা কেনে পাণ্ডৱৰ স্বামী ॥ ৭৫
এতেক কহন্তে খঙ্গে বাহুক জস্কাৰি।
চক্ষুক পকান্ত যেন নিশ্বাস ফোকাৰি ॥
যেন মদমত্ত ভীম বোলে নানা বোল।
কৰ্ণে পশি হৃদয়ত ফুটে যেন শেল ॥ ৭৬
শোকে দুখে অন্ধৰ চেতন হৰে গাৱে।
অৰ্জ্জুন নকুল সহদেৱ দেখি ধাৱে ॥
মহাবলী বৃকোদৰ নিকৰুণ মন।
শোক জ্বলি আন দিকি কৰন্ত গমন ॥ ৭৭
কিছুক্ষণে সন্ধুকিয়া অন্ধ নৰপতি।
বিলাপ কৰন্ত দুখে শোকে দগ্ধমতি ॥
হায় পুত্ৰ দুৰ্য্যোধন ৰাজ ৰাজেশ্বৰ।
সুৱৰ্ণ পতাকা ধ্বজ আছিল যাহাৰ ॥ ৭৮
শত শত ৰাজা খাটে যাৰ দুৱাৰত।
যাৰ বাক্যে ভীষ্ম দ্ৰোণ কৰ্ণ উপগত ॥
ইন্দ্ৰৰ বৈভৱ জিনি তোৰ সুখ যোগ।
নানা ভাৱে কৰিলি বিবিধ উপভোগ ॥ ৭৯
তোৰ সম শতপুত্ৰ সবে ভৈলা নাশ।
এতেক শোকতো মোৰ নভৈল বিনাশ ॥
নপাওঁ বিষক নিমিলয় আধি-ব্যাধি।
আৰো কিবা লাগি ৰাখে নিকৰুণ বিধি ॥ ৮০

হেনমতে বিলাপন্ত অন্ধ নৰপতি।
নাহি ৰুচে অন্নপান নাহিকে তৃপিতি ॥
মলিন বসন পিন্ধি বসয় ভূমিত।
গান্ধাৰী প্ৰবোধে তাঙ্ক বুজি তান চিত্ত ॥ ৮১
শুদ্ধচিত্ত যুধিষ্ঠিৰ আমাক সেৱয়।
ভীমৰ বাক্যত ৰোষ এৰিবে লাগয় ॥
দৈৱৰূপ কৰ্ম্মফল মহন্ত বিনাশ।
দৈৱেসে কৰয় জানা ইটো পৰিহাস ॥ ৮২
দৈৱবলে লোকে নানা সুখ দুখ পায়।
এতেকতে সমজ্ঞানে সজ্জনে সহয় ॥
বিশেষত যাক যেন কৰে আচৰণ।
তাহাৰো মিলয় তেনে স্বৰূপ বচন ॥ ৮৩
ছোৱাল কালৰপৰা তুমি নৃপবৰে।
ভীমক দিলাহা কষ্ট নানা ক্ৰোধ ভৰে ॥
নানামত দুখ পাই বঞ্চিল বনত।
ফুৰন্ত তহিতে নানা ঋষি আশ্ৰমত ॥ ৮৪
সিটো দুখে কহে বাক্য তাৰ দোষ নাই।
আমাৰেসে কৰ্ম্মফল ভুঞ্জিছো সদায় ॥
এতেকতে প্ৰাণ প্ৰভু নকৰিবা শোক।
সবাহাকে ত্যজি পৰলোক বঞ্চিয়োক ॥ ৮৫
অন্ধ বোলে বৃকোদৰ আতি নিকৰুণ।
একে একে শত পুত্ৰ কৰিলা নিধন ॥
মনুষ্য হুইয়া কৰিলন্ত ৰক্তপান।
অন্যায় যুদ্ধত মাৰিলন্ত দুৰ্য্যোধন ॥ ৮৬
তাঙ্ক পাই স্বভাৱে মোহোৰ দেহা দহে।
তাৰ বাক্যবাণ মোৰ পৰাণে নসহে ॥
ভীমৰ বাক্যত মোৰ অধৈৰ্য্য পৰাণ।
বিষ ভক্ষিবাক লাগি হই আছে মন ॥ ৮৭
কিন্তু আতি সাধুমতি ধৰ্ম্মৰ নন্দন।
তাৰ যত গুণ যশ মহয় বৰ্ণন ॥
তাহাৰ সেৱাত জীয়ে আমাৰ জীৱন।
তাঙ্ক দেখি সৰ্ব্বদুখ হয় বিস্মৰণ ॥ ৮৮
এহিমতে কতোদিন গান্ধাৰী সহিত।
কৰি সদ আলাপন শান্ত কৰে চিত্ত ॥
হেনমতে গান্ধাৰীৰ চিত্ত শান্ত নাই।
পুত্ৰশোকে মহাবহ্নি দুগুণে উধাই ॥ ৮৯
ধৃতৰাষ্ট্ৰ বোলে শুনা গান্ধাৰ নন্দিনী।
চিত্ত থিৰ কৰিয়োক চাহা মনে গুণি ॥
নীচ জনে নীচ বাক্যে পীড়ে উত্তমক।
তাহাৰ উত্তম পদ মানো ধিক ধিক ॥ ৯০
এহিবুলি মৌন হুয়া ধৰন্ত ধিয়ান।
নাহি ৰুচে অন্নপান পৰ্য্যঙ্কে শয়ন ॥
স্বামীৰ দেখিয়া দুখ মনে সুখ নাই।
গান্ধাৰী ৰহিলা পাচে বিদুৰক চাই ॥ ৯১
বিদুৰ আসিয়া বোলে কুৰুকুল স্বামী।
শুনিয়োক পৰিচ্ছেদ যিবা কহো আমি ॥
ৰাজ ৰাজেশ্বৰ যুধিষ্ঠিৰ মহা শান্ত।
দেৱতো অধিক কৰি তোমাক ভাৱন্ত ॥ ৯২
ভ্ৰাতৃসবে নিয়োজিল তোমাৰ সেৱাত।
আছয় অপৰ আৰো দাস দাসী যত ॥
পিতৃতো অধিক সেৱা কৰে প্ৰতি নিত।
নানা ৰত্ন ঐশ্বৰ্য্য যোগাৱে যথোচিত ॥ ৯৩
যত ইচ্ছা দান ভোগ কৰা নিতে নিত।
যুধিষ্ঠিৰ সৰ্ব্বক্ষণে তোমাতে প্ৰণত ॥
তোমাৰ আদেশ মানি ৰাজ্যক চৰ্চ্চয়।
আপুনাৰ সুখ শান্তি তোমাতে অৰ্পয় ॥ ৯৪
ধৃতৰাষ্ট্ৰ বোলে শুন বিদুৰ ভৈয়াই।
যতেক কহিলা মানে অসত্য নোহয় ॥
গুণৰ সাগৰ ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ।
কায়মন বাক্যে সদা সেৱয় বিস্তৰ ॥ ৯৫
পিতৃতো অধিক সেৱা কৰে সৰ্ব্বক্ষণ।
আমাৰ মঙ্গল বাঞ্ছা কৰে অনুক্ষণ ॥
কিন্তু ভীমে বিপৰীত বাক্য বৰিষিল।
এতেকে অধিক শোক সিহেতু মিলিল ॥ ৯৬
বেদনাত বিকল ভৈলন্ত মন চিত্ত।
উপবাস থাকি সাধো শৰীৰৰ হিত ॥
মাতিলে ভীমক কোনো কাৰ্য্যে অকস্মাত।
গৰিহিত নানা বাক্য বোলে যথোচিত ॥ ৯৭

দশন চোবায়া আসে বাহু দাপ্তি মাৰি।
চক্ষুক পকান্ত যেন দৃঢ় মুষ্টি ধৰি ॥
যেন শত পুত্ৰক বাহুৰে কৰি নাশ।
সুপূৰিল তাৰ অন্তৰৰ অভিলাষ ॥ ৯৮
মোহোৰ কাষত ভীম যেন মদমত্ত।
কহিয়োক কেনমতে সহিবেক চিত্ত ॥
এতেকতে হোক মৃত্যু তেৰে মোৰ সুখ।
নষ্ট হৈব হৃদয়ৰ যতেক অসুখ ॥ ৯৯
বিদুৰে বোলন্ত পুনু শুনা কুৰুবৰ।
ধৈৰ্য্য বিনা নাহি ইটো ঔষধি ৰোগৰ ॥
ধৈৰ্য্য ধৰিয়োক ৰাজা কৃষ্ণক ধিয়াই।
দৈৱৰ নিৰ্ব্বন্ধ যিটো এৰণ নযায় ॥ ১০০
স্বভাবে নিৰ্দ্দয় ভীম পৰম দুৰ্জ্জন।
কিছো নুশুনিবা তুমি ভীমৰ বচন ॥
যদি অপমান কৰে ধৰ্ম্ম নৰপতি।
কাৰ্য্যত তেজয় নিষ্ঠ অন্ধৰাজ প্ৰীতি ॥ ১০১
তেৰে কৰিয়োক কাৰ্য্য যেন হয় মতি।
যুধিষ্ঠিৰ মুখ চাহি ক্ষমিয়ো সম্প্ৰতি ॥
ক্ষমা সম ধৰ্ম্ম নাহি তিনিয়ো লোকত।
ক্ষমা গুণে বশ্য হয় মহাশত্ৰু যত ॥ ১০২
বিশেষত পাণ্ডুপুত্ৰ মাতৃৰ সহিত।
অশেষ দুখক ভুঞ্জিলন্ত প্ৰতিনিত ॥
সিসব সুমৰি ভীম তোমাত উদাস।
আগ পাচ নভাবি কৰন্ত মাত্ৰ ৰোষ ॥ ১০৩
যুধিষ্ঠিৰে শুনে যদি এতেক কাৰ্য্যক।
ৰাজ্য ধন পাত্ৰ মন্ত্ৰী সপিব তোমাক ॥
ভ্ৰাতৃসমে কৰিবন্ত অৰণ্যত গতি।
জানি তেজিয়োক তুমি হেন দুখ মতি ॥ ১০৪
পৰম পণ্ডিত তুমি বুদ্ধিত সুজান।
দৈৱৰ লিখন যিবা নহয় খণ্ডন ॥
নিজ নিজ কৰ্ম্মফল ভুঞ্জে জীৱচয়।
বেদৰো অলঙ্ঘ্য ইটো জানিবা নিশ্চয় ॥ ১০৫
কিন্তু সমস্তৰে আত্মা কৃষ্ণ পদ্মপাণি।
তাহাঙ্ক সেৱয় যিটো মহা ইষ্ট মানি ॥
দৈৱৰ লিখন মানে সবে হয় ক্ষয়।
কৃষ্ণক নভজি মহা পাতেক সাঞ্চয় ॥ ১০৬
জন্মে জন্মে মৰি মৰি নানা দুখ পায়।
কৃমি কীট নানা দেহে নৰক ভুঞ্জয় ॥
জানি কৰিয়োক আৰে কৃষ্ণত ভকতি।
জীৱন্তে লভিবা সুখ অন্তত মুকুতি ॥ ১০৭
মহাভাৰতৰ কথা আতি স্বাদময়।
শুনন্তে অমৃত স্ৰবে পাতক দহয় ॥
বিৰচিল কালিদাস কৃষ্ণপদ স্মৰি।
নিৰন্তৰে বোলা সবে কৃষ্ণ কৃষ্ণ হৰি ॥ ১০৮

---

ধৃতৰাষ্ট্ৰৰ বানপ্ৰস্থ গ্ৰহণ

ছবি

বিদুৰৰ হিত বাণী যেন অগনিত পানী
ধৃতৰাষ্ট্ৰ মৌন হুয়া ৰৈল।
মুখত নাহিকে ভাষ ফোকাৰন্ত দীৰ্ঘশ্বাস
মনে যেন বৈৰাগ্য মিলিল ॥
এহি কথা প্ৰসঙ্গত সঞ্জয় আছিল তৈত
দেখি হেন অন্ধৰ অৱস্থা।
আতিশয় স্নেহ ভাৱে প্ৰণামি অন্ধৰ পাৱে
বিনয়ে বোলন্ত যেন কথা ॥ ১০৯
মায়া মোহে পায় ভয় মহাশোকে ধনঞ্জয়
ধনু এৰি ৰথত বসিলা।
সৰ্ব্ব আত্মা অন্তৰ্য্যামী তিনিয়ো লোকৰ স্বামী
উপদেশি মোহ দূৰ কৈলা ॥
সমস্তে শুনিলা তুমি বিৰৰি কহিলো আমি
মহা ঋষি ব্যাসৰ প্ৰসাদে ॥
কৰ্ম্মজ্ঞান ভক্তিযোগ মনুষ্য জন্মৰ ভোগ
অজ্ঞানী নজানে মোহ মদে ॥ ১১০
কৰ্ম্মত ওপজে জ্ঞান জ্ঞানে ভকতিত মন
ভকতিত অনুৰাগ স্মাৰ।

চিন্তিলেক আত্মাহিত　　পায় পৰকাল বিত
　　সাধিলন্ত গতি আপুনাৰ ॥
ভক্তিৰ ৰহস্য জানি　　ভক্তিত বিশ্বাস আনি
　　সৰ্ব্বক্ষণে কৃষ্ণক স্মৰয় ।
তাৰ কৰ্ম্মফল যত　　মহাভয়ে হুয়া ভীত
　　মহাত্ৰাসে সঙ্গক ত্যজয় ॥ ১১১
কৃষ্ণক ভজিল যেৱে　　কৰ্ম্মফল মানে তেৱে
　　সমস্তয় হয় ভস্মীভূত ।
দুস্মহ ইন্দ্ৰিয়চয়　　ভক্তি ভৈলে দূৰে যায়
　　হৰিভক্তি কৰন্ত বেকত ॥
প্ৰৱন্ধয় দৃঢ়মতি　　সাধিল ঈশ্বৰ প্ৰীতি
　　অনায়াসে চিন্তি মায়াজাল ।
কৰ্ম্মৰ বন্ধন ছোৰি　　লভিয়া মুকুতি তৰি
　　জগতৰো সাধিল মঙ্গল ॥ ১১২
জানি তুমি নৰপতি　　এৰি বিষয়ৰ প্ৰীতি
　　কৰা আৰো ভকতি আশ্ৰয় ।
আগম নিগম যত　　সমস্তৰে নিষ্ঠমত
　　ভক্তি বিনা কেহো নতৰয় ॥
তপ ব্ৰত দান বুদ্ধি　　আত্মাক নকৰে শুদ্ধি
　　আক নিষ্ট বুজিবা নিশ্চয় ।
ভকতিত ভৈলা শুদ্ধি　　নাই ভেদাভেদ বুদ্ধি
　　জ্ঞানে কাকো ভেদ নকৰয় ॥ ১১৩
জানি কৃষ্ণ সেৱা ধৰা　　কৃষ্ণত ভকতি কৰা
　　ভকতিসে জীৱৰ সম্পদ ।
সংসাৰ বৈভৱ ধন　　মিছা সবে বিড়ম্বন
　　সমস্ততে মিলয় আপদ ॥
আছে যত জীৱচয়　　কৰ্ম্মপন্থে প্ৰবৰ্ত্তয়
　　কৰ্ম্মে জন্ম-মৃত্যু আসি মিলে ।
ব্ৰহ্মা হৰ পুৰন্দৰ　　কৰ্ম্মফলে নিৰন্তৰ
　　জন্ম মৃত্যু লভে কালে কালে ॥ ১১৪
শুনা শুনা কুৰুৰায়　　পুনু পুনু বোলো মই
　　খণ্ডোক মনৰ যত মল ।
প্ৰলয় মিলিলে যাৱে　　কৰ্ম্মফলে নানা ভাৱে
　　কৰে জানা লোকক বিকল ॥

নিত্যানন্দ কৃপাময়　　ব্ৰহ্মাণ্ডৰ সাথে লয়
　　তথাপিতো জানিবা নিশ্চয় ।
বীজৰূপে কৰ্ম্মফল　　যেহেন জলৰ মল
　　ভৱাৰ্ণৱে অঙ্কুৰ গজয় ॥ ১১৫
এতেকতে ভৱকূপে　　কৰ্ম্মফলে বীজৰূপে
　　থাকে জানা মহা প্ৰলয়ত ।
যেৱে পুনু সৃষ্টি হয়　　দৈৱৰূপে প্ৰকাশয়
　　ভক্তি বিনা নহয় খণ্ডিত ॥
জানি শোক চিন্তা এৰি　　কৃষ্ণসেৱা মনে ধৰি
　　বানপ্ৰস্থ কৰিয়ো আশ্ৰয় ।
হাতে ধাঘজৰী ধৰি　　কাল মৃত্যু আছে বেঢ়ি
　　ক্ষন্তেকতে মিলিবে প্ৰলয় ॥ ১১৬
এতেকে তত্ত্বক জানি　　ৰাজা প্ৰজা যত জ্ঞানী
　　বেদৰ বিহিত নলঙ্ঘয় ।
চাৰি আশ্ৰমক ধৰি　　কৃষ্ণপদ হৃদি ধৰি
　　ধৰ্ম্ম অৰ্থ কীৰ্ত্তি উপাৰ্জ্জয় ॥
ধৰ্ম্ম অৰ্থ কীৰ্ত্তি ভিন্ন　　বিষয়ৰ সুখ আন
　　মিলে জানা সমস্ত যোনিত ।
এতেকে মনুষ্য হই　　কীৰ্ত্তি ধৰ্ম্ম যাৰ নাই
　　ধিক ধিক মনুষ্য জন্মত ॥ ১১৭
বল বীৰ্য্য আয়ু লাগি　　হয় ব্ৰহ্মচৰ্য্য যোগী
　　বিষয় কাৰণে গৃহাশ্ৰম ।
দেখুৱাই দান ত্যাগ　　বানপ্ৰস্থ লাগি আগ
　　সামৰিল বিষয়ৰ কাম ॥
অনন্তৰে ব্ৰত ধৰি　　আহাৰ বিহাৰ এৰি
　　মন চিত্তে ব্ৰহ্মাক চিন্তয় ।
ব্ৰহ্মাক চিন্তয় যেৱে　　সন্ন্যাস বোলয় তেৱে
　　অন্তকালে মুকুতি মিলয় ॥ ১১৮
ইসে লোক পৰমাৰ্থ　　পুৰুষৰ পুৰুষাৰ্থ
　　জন্মৰ উদ্দেশ্য ভৈল শেষ ।
হেন ধৰ্ম্ম কৰি ত্যাগ　　বিষয়ত অনুৰাগ
　　সিটো মায়াৰেসে ভৈল দাস ॥
মায়াৰ অধীন ভৈলে　　বিড়ম্বয় কৰ্ম্মফলে
　　দৈৱ পাশে কৰন্ত বন্ধন ।

কল্প অন্তে কল্প পাই বিষয়ক নেতেজয়
নিষ্ঠ নিষ্ঠ বুলিবা বচন ॥ ১১৯
জানি তুমি মহামতি ত্যজি গৃহাশ্ৰম প্ৰীতি
বানপ্ৰস্থ পন্থ আৱে লোৱা।
শোক চিন্তা দুখময় স্বভাৱে হৈৰন্ত লয়
কৃষ্ণৰ ভকতি ৰস পিয়া ॥
সঞ্জয়ৰ বাণী শুনি বিমৰিষি মনে গুণি
কুৰুপতি বুলিলা বচন।
নৰকৰ পোকে মোক লাৰি চাৰি খাইবেক
বুজিলো দৈৱক বিড়ম্বন ॥ ১২০
মহাৰথী ভীষ্মদেৱ যাক সম নাহি কেৱ
স্বৰ্গ মৰ্ত্ত্য পাতাল লোকত।
দ্ৰোণ কৰ্ণ শল্যবীৰ মিত্ৰ আতি কৌৰৱৰ
আৰো মহাবীৰ শত শত ॥
হয় হস্তী ৰথ লই সমৰক আসি ধাই
শৌৰ্য্য বীৰ্য্য সমে সমৰ্পিল।
বল বীৰ্য্যে বিশ্বখ্যাত মোৰ পুত্ৰ এক শত
চতুৰঙ্গে যুদ্ধক চলিল ॥ ১২১
জ্ঞাতি গোত্ৰ বন্ধু সমে সবাকো নিলন্ত যমে
মোক ৰাখিলন্ত অনন্তৰে।
যিবা পাণ্ডৱৰ হাতে সবে গৈলা যমবাটে
উদৰ পুষিছো তাৰ ঘৰে ॥
ভীমৰ বাক্যক পাই শোকে প্ৰাণ ফুটি যায়
অন্নক ভুঞ্জিছো যেন বিষ।
তাত কেনে নাহি শোক দৈৱেসে দণ্ডিল মোক
আছে মোৰ যাতনা অশেষ ॥ ১২২
হায় নিদাৰুণ বিধি আসিলো ইসব সাধি
আৰো কিবা বিকৰ্থিবি মোক।
কিবা বৰ যশ পাই মৰিবাৰ কালে তই
শোক ঘালি নামাবা আমাক ॥
গাৱ কাম্পে তৰতৰি কান্ধে লই কন্থাজুলি
ভিক্ষুক জনৰ বেশ ধৰি।
এহিসে মনৰ বন্ধ দুইচক্ষু যাৰ অন্ধ
বনক চলিব কেন কৰি ॥ ১২৩

গৃহাশ্ৰম পাৰ ভৈল বানপ্ৰস্থ কাল ভৈল
ৰাজ্যত নাহিকে উপভোগ।
তথাপি গৃহত বন্দী দৈৱে কৰ্ম্মফল ছান্দি
মিলাইল ইটো কৰ্ম্মযোগ ॥
কিনো মহা অন্ধ হই তাহাৰ কাৰণে মই
গৃহতেই বন্দী নৰেশ্বৰ।
জ্যেষ্ঠ পিতৃ ভীষ্ম বীৰ চলি গৈলা যমপুৰ
মৰণ নভৈল কেনে মোৰ ॥ ১২৪
এহি বুলি অন্ধৰাজ আপোনাৰ সভামাজ
কান্দে শোকে বিয়াকুল ভাৱে।
বুজিয়োক সাধুজন ভক্তিহীন জনে কেনে
পাৱে দুখ মোহ শৰ ঘাৱে ॥
কৃষ্ণৰ ভকত যেই মায়াক দমিলে সেই
নপৰশে কিছুৱে আপদে।
বিৰচিল কালিদাস কৃষ্ণ পদসেৱা আশ
কৃষ্ণ কৃষ্ণ বোলা সভাসদে ॥ ১২৫

---

ধৃতৰাষ্ট্ৰৰ খেদ আৰু বানপ্ৰস্থ অৱলম্বন কৰাৰ কাৰণে
বিদুৰৰ লগত আলোচনা

পদ

জন্মেজয় নিগদতি শুনা মুনিবৰ।
কহিয়োক কিবা কথা ভৈল অনন্তৰ ॥
মুনি বোলে শুনিয়োক পৰীক্ষিতসুত।
বিদুৰ সঞ্জয় বাক্য মানি হৃদয়ত ॥ ১২৬
কতোবেলা অন্ধৰাজ সুপ্ৰসন্ন চিত্তে।
স্নান আচমন পান কৰে ভালমতে ॥
কতোবেলা ভীমৰ অশান্ত বাক্য পাই।
শোক অগনিত হেন শৰীৰ দহয় ॥ ১২৭
গুণি গাথি চিন্তাৰ নপাৱে কিছু পাৰ।
দুই চাৰি দিবস থাকন্ত নিৰাহাৰ ॥
বিদুৰ সঞ্জয় গান্ধাৰীক আদি কৰি।
নানা বাক্যে প্ৰবোধিয়া বোলে সেৱা কৰি ॥১২৮

স্নানক কৰাই পাচে কৰন্ত ভোজন।
যুধিষ্ঠিৰে নজানন্ত হেন সম্ভাষণ ॥
কেহোবেলা ধৃতৰাষ্ট্ৰ শোকত উন্মত্ত।
খাটক এৰিয়া পৰি থাকয় ভূমিত ॥ ১২৯
ৰবিৰ উদয় জানি উদান ভাৰত।
মৃতক স্বৰূপে পৰি থাকন্ত ভূমিত ॥
বিদুৰ সঞ্জয় আসি ডাকিয়া বোলয়।
উঠিয়োক মহাৰাজ হেলা মুযুৰাই ॥ ১৩০
কৃপাচাৰ্য্য বেদব্যাস আনো পাত্ৰ যত।
সবহি মিলিল আসি তোমাৰ সভাত ॥
পাচে আথে বেথে উঠি চলয় সভাত।
নাহি ৰুচে অন্নপান শোকে দগ্ধচিত ॥ ১৩১
সেহিবেলা যুধিষ্ঠিৰ ধৰ্ম্মৰ নন্দন।
যদি আসি কৰে তান্ক চৰণ বন্দন ॥
শোক দুখ সমস্তকে হই বিস্মৰণ।
সন্তোষে কৰন্ত পুনু স্নান অন্নপান ॥ ১৩২
কতোবেলা বিমূৰ্চ্ছিত শোকে দগ্ধ হই।
সান্ত্বনা দিয়ন্ত ব্যাসে নানা কথা কই ॥
কতোবা গান্ধাৰী বোলে আমাৰেসে দোষ।
পাণ্ডুৰৰ অমঙ্গল চিন্তা কৰা কিস ॥ ১৩৩
শৰীৰৰ হন্তে প্ৰাণ নযায় যাৱত।
ৰোগ শোক চিন্তা দুখ ভুঞ্জিবো তাৱত ॥
তোমাৰ আমাৰ কিছু পৰিক্ৰিয়া নাই।
হেন জানি নাথ আক সহিবে যুৰাই ॥ ১৩৪
হেনয় দাৰুণ শোক তাপৰ মাজত।
যুধিষ্ঠিৰ সেৱা ভক্তি পাই যথোচিত ॥
হৰিষ বিষাদে আছে অম্বিকাৰ সুত।
পঞ্চদশ বৰ্ষকাল ভৈলন্ত অতীত ॥ ১৩৫
অনন্তৰে চিন্তা কৰি আত্মাৰ কুশল।
বানপ্ৰস্থ লাগি মন ভৈলন্ত বিহ্বল ॥
এহিমনে গুনি ৰাজা বুলিলা সভাত।
কেহো জনে চিন্তা নকৰিবা আমাসাত ॥ ১৩৬
শুনা ভাই ক্ষমাশীল বিদুৰ সুমতি।
পৰম ধাৰ্ম্মিক তুমি বোধে বৃহস্পতি ॥
জন্মাবধি অন্ধ হুইয়া ভৈলা অধাশ্বৰ।
শত শত নৃপতি যোগাৱে কৰভাৰ ॥ ১৩৭
অমৰাৱতীক জিনি হস্তিনা নগৰ।
ঐশ্বৰ্য্য বৈভৱ যত সীমা নাহি তাৰ ॥
সুৰপতি সম বীৰ পুত্ৰ দুৰ্য্যোধন।
ধৰণী ব্যাপিল যাৰ শৌৰ্য্য বীৰ্য্য গুণ ॥ ১৩৮
হেন পুত্ৰ অকালতে গৈলা যমঘৰ।
ঐশ্বৰ্য্য সম্পদ সুখ ভৈলা ছাৰখাৰ ॥
ভৈলো বৃদ্ধ মিলে আসি মৰিবাৰ কাল।
ভীমৰ দাৰুণ বাক্যে হানে যেন শেল ॥ ১৩৯
শোক চিন্তানলে মোৰ শৰীৰ দহয়।
নিমিলয় নিদ্ৰা অন্নপানে নুৰুচয় ॥
তথাপি নযায় প্ৰাণ এতেক দুখত।
আনো কিবা ভুঞ্জিবোহো আছয় লিখিত ॥ ১৪০
পূৰ্ব্বজন্মে আচৰিলো পাপ অমোচন।
ব্ৰহ্মবধ গুৰুবধ সুবৰ্ণ হৰণ ॥
কিবা জানো চক্ষু কাঢ়ি দণ্ডিলো লোকক।
ইসব পাপত আৱে ভৈলোহো অন্ধক ॥ ১৪১
এতেক সন্তাপে প্ৰায়শ্চিত্ত মনে মানি।
আৰো পূৰ্ব্ব নৃপতিগণৰ কাৰ্য্য গুণি ॥
পূৰ্ব্ব ৰাজাগণ যত ক্ষত্ৰিয় বংশৰ।
চাৰি আশ্ৰমক পালিলন্ত নিৰন্তৰ ॥ ১৪২
অন্ধজন বুলি মোৰ অন্তৰ্গতে ভয়।
বনে নানা হিংস্ৰ জন্তু সতত ভ্ৰময় ॥
কীট পতঙ্গম সৰ্প অসংখ্য আছয়।
যাহাৰ প্ৰহাৰ লোকসবে নসহয় ॥ ১৪৩
ইটো মন্দ চিন্তাত জীৱন ধিক ধিক।
জীৱন্তে মৃতক মই জীৱা লাগে কিক ॥
বনক যাইবাক প্ৰতি ভৈলোহো প্ৰস্তুত।
তিয়াগিলো সব আজি ভুঞ্জিলো বহুত ॥ ১৪৪
শুনিয়োক সভাসদ যত মহাভাগ।
এতেকে মিলোক মোৰ বানপ্ৰস্থ যোগ ॥
দুৰ্গম বনত গৈয়া নিবাস কৰিবো।
কায় মনে কৃষ্ণ ইষ্টদেৱক ভজিবো ॥ ১৪৫

হায় বিধি কিনো মোৰ অভাগ্য কপাল।
গৃহতে বসিয়া পাইলো নন্দৰ গোপাল ॥
জানি নজানিলো মই পাপী মন্দমতি।
ইষ্টজ্ঞানে নকৰিলো তাহাঙ্ক ভকতি ॥ ১৪৬
ৰাজ্যপদ আশাতেসে চিত্ত ভৈল ভোল।
বনবাসে খণ্ডিবোহো ইটো মোহ জাল ॥
এহিবুলি শোকাকুলে কুৰু নৰপতি।
দীৰ্ঘশ্বাস তেজিলন্ত থাকিলা নমাতি ॥ ১৪৭
বিদুৰে বোলন্ত বাণী শুনা মহীপাল।
শুনি নুশুনিলা যিটো আৰেসে মিলিল ॥
সঞ্জয়ে দিলন্ত যিবা তোমাক সিদ্ধান্ত।
স্থিৰ চিত্ত কৰি শুনা সিসব বৃত্তান্ত ॥ ১৪৮
গৃহে থাকি হৰিসেৱা কৰা মহাৰাজ।
গৃহাশ্ৰমে থাকি নসাধয় কিবা কাজ ॥
ব্ৰাহ্মণগণক দান দিয়া যথোচিত।
মুকুতা প্ৰবাল মণি কাঞ্চন ৰজত ॥ ১৪৯
গজ বাজী ধেনু বৎস বস্ত্ৰ আৰো অন্ন।
অন্নদান মহাদান দমিলে বহু পুণ্য ॥
যিবা ইচ্ছা হয় দান কৰা প্ৰতিদিন।
হৃদয়ত কৃষ্ণপদ চিন্তা অনুক্ষণ ॥ ১৫০
এতেকতে হৈব জানা কৃষ্ণত ভকতি।
পৰকালে মুকুতি লভিবা নৰপতি ॥
তথাপি নাথাকা যদি বিষয় থানত।
আশ্ৰম পাতিয়া থাকা গঙ্গাৰ তীৰত ॥ ১৫১
বিশেষত পাণ্ডুপুত্ৰ ৰাজা যুধিষ্ঠিৰ।
বন্ধুবধ শোক দুখে সদায় অস্থিৰ ॥
অশাশ্বত ৰাজ্যধনে নাহি মনে আশ।
বিষয়ৰ সৰ্ব্বকাৰ্য্যে সদায় উদাস ॥ ১৫২
তথাপিতো ভ্ৰাতৃসমে-তোমাক সেৱয়।
তোমাৰ সন্তোষহেতু ৰাজ্যক চৰ্চ্চয় ॥
তুমি বনবাসী ভৈলে ধৰ্ম্মৰ নন্দন।
ত্যজিব সবাক পত্নী পুত্ৰ ৰাজ্য ধন ॥ ১৫৩
ব্ৰহ্মচৰ্য্য আচৰি হৈবন্ত দেশান্তৰী।
এতেকতে তুমি উভয়ক ৰক্ষা কৰি ॥

গৃহাশ্ৰমে থাকি কৰা হৰিত ভকতি।
ভকতিত নাহি দেশ কাল পাত্ৰ নীতি ॥ ১৫৪
ধৃতৰাষ্ট্ৰে বোলে তুমি কহিলা উচিত।
যি কহিলা মানে সবে শাস্ত্ৰত বিহিত ॥
সকলো জানাহা যেনমতে কুৰুবংশ।
অধৰ্ম্মত মত্ত হুয়া কেনে ভৈলা ধ্বংস ॥ ১৫৫
সবাহাৰে বধভাগী ভৈলোহো আপুনি।
মোৰ পাপে বেঢ়িলেক কুৰুকুল ছানি ॥
পাশা খেলি পাণ্ডৱক দিলো বনবাস।
কূটপাশে আমাসাৰ বংশ ভৈল নাশ ॥ ১৫৬
পৰম অধৰ্ম্মী পাপী পুত্ৰ দুৰ্য্যোধন।
জানি তাঙ্ক সমৰ্পিলো কুৰু সিংহাসন ॥
তথাপিতো বাসুদেৱ দ্বাৰকাৰ পতি।
দিলা উপদেশ তাৰ কাৰ্য্যক প্ৰকটি ॥ ১৫৭
দুষ্টবুদ্ধি শকুনি প্ৰভৃতি বীৰগণে।
দুৰ্য্যোধন পুত্ৰক ছাৰিয়ো সঙ্গী সমে ॥
নতু ৰাখিবাহা বন্দীশালে আজীৱন।
তেৱেসে হৈবেক তবু বংশৰ কল্যাণ ॥ ১৫৮
ভীষ্ম দ্ৰোণ কৰ্ণ আদি বীৰস্বৰ গহে।
কৃষ্ণৰ বাক্যক নুশুনিলো পুত্ৰ স্নেহে ॥
ভীষ্ম গুৰু দ্ৰোণাচাৰ্য্য ব্যাস ভগৱান।
বিদুৰ প্ৰমুখ্যে হিত বুলিলা বচন ॥ ১৫৯
অজ্ঞাত উকলি পাণ্ডুপুত্ৰ উপস্থিত।
দিয়ো পিতৃৰাজ্য আৰে যেন হোৱে হিত ॥
যুদ্ধ ভৈলে হৈবে নিজ কুলৰ বিনাশ।
হিত বাক্য নুশুনিলো ভৈলোহো উদাস ॥ ১৬০
সেহি সব কাৰ্য্য স্মৰি স্থিৰ নোহে চিত্ত।
পূৰ্ব্বজন্ম পাপ সিটো ভৈলন্ত বিদিত ॥
পৰিহয় ভীমে পূৰ্ব্বকথা সুমৰাই।
শোক অগনিক জ্বালে দুনাই দুনাই ॥ ১৬১
তথাপি সহিলো যুধিষ্ঠিৰ মুখ চাই।
হেনমতে পঞ্চদশ বৰ্ষ গৈলা বই ॥
কিন্তু আজি সহিবাক মোৰ ভৈল টান।
কৃত কৰ্ম্ম সকলে সাধয় যেন বাণ ॥ ১৬২

স্বৰূপে বুলিলো মই মোহ ভঙ্গ হই।
দুষ্কাৰ্য্যৰ পৰিক্ৰিয়া এৰণ নযায় ॥
এবে মই কৃত পাপ প্ৰায়শ্চিত্ত লাগি।
ভৈলোহো যতেক দুষ্কৰ্ম্মৰ দোষভাগী ॥ ১৬৩
দুই চক্ষু অন্ধ মোৰ নাহি দৃষ্টি যোগ।
যদি বন্য জন্তুয়ে মোহোক কৰে ভোগ ॥
কিবা বন ফল-মুল বিচাৰি নপাই।
অনাহাৰে মৰো মই মহা দুখ পাই ॥ ১৬৪
তথাপিতো জানিবা সাৰ্থক মোৰ প্ৰাণ।
তিলে তিলে টুটে আয়ু কেদিন জীৱন ॥
পাত্ৰ মিত্ৰ সকলোৰে দিয়া অনুমতি।
অনন্তৰে হৌক মোৰ বনবাসে গতি ॥ ১৬৫
সজ্জন সম্মত আৰো শাস্ত্ৰৰ বিচাৰ।
হৰি ভকতিসে কৰে জীৱক উদ্ধাৰ ॥
আৰব্ধ প্ৰাৰব্ধ কৰ্ম্মফল যত যত।
সবে নাশ হোৱে জানা ভক্তিৰ বলত ॥ ১৬৬
জানি আন ধৰ্ম্মাধৰ্ম্ম কৰি পৰিহাৰ।
কৃষ্ণ পাদপদ্ম সেৱা মনে কৰা সাৰ ॥
ই কাৰণে কেহোজনে নবাধিবা মোক।
সবাহাৰ আশীষত বৈৰাগ্য মিলোক ॥ ১৬৭
শুনি সমজ্যাৰ মনে বিস্ময় মিলিল।
পুনৰপি প্ৰিয় বাক্য বিদুৰে বুলিল ॥ ১৬৮

---

### দুলড়ী

বিদুৰে বোলয় শুনা মহাৰায়
মোৰ যেন হিত বাক্য।
বানপ্ৰস্থী হই অৰণ্যত ৰই
থাকিবে তুমি অশক্য ॥
সিংহৰ নাদত গিৰি চমকিত
মাতঙ্গে গৰ্জ্জে ভয়ত।
মহিষ বৰাহ বাঘ ঘোঙ্গ আদি
আছে পশু শত শত ॥ ১৬৯
আছে বিহঙ্গম দেখি যম সম
হস্তীকো গিলয় ঠোটে।
গুণ্ডকুৰি পোক যদি দংশিলেক
সিংহৰো পৰাণ ছুটে ॥
ভয়ঙ্কৰ সৰ্প দেখি হৰে দৰ্প
মহা মহা বলীয়াৰ।
আনো নানা যত কীট অসংখ্যাত
আছে শক্ৰ মনুষ্যৰ ॥ ১৭০
সেহিসবে তৈত মিলাইবে বিঘাত
সেহ্নৰে প্ৰাণ নৰহে।
হেন অৰণ্যত বঞ্চিবা কিমত
ফুৰিবাহা কোন সাহে ॥
বিড়ম্বিল বিধি নাহি একো সিদ্ধি
শৰীৰ দুৰ্ব্বল আতি।
গৈয়া বনবাস আমাক নৈৰাশ
নকৰিবা কুৰুপতি ॥ ১৭১
শুনন্তে আমাৰ হৃদয় বিকল
গুণি চাহা পূৰ্ব্বাপৰ।
ৰাজা যুধিষ্ঠিৰ শোক পায়া বৰ
তেজিবেক ৰাজ্যভাৰ ॥
যত বৰ্ণাশ্ৰম সংযম নিয়ম
শাস্ত্ৰৰ স্বৰূপ বাণী।
শক্তি অনুসৰি ভোগে ত্যাগ কৰি
আচৰিবে সব প্ৰাণী ॥ ১৭২
হৰিত ভকতি সমস্তৰে প্ৰীত
নবাছে অজাতি জাতি।
কায় মন বাক্যে নাম সুমৰন্তে
মিলাৱে মহা মুকুতি ॥
উগ্ৰ তপ দান ধ্যান তীৰ্থস্নান
সকামীৰ কাম্য ফল।
হৰিত ভকতি সবাতো উত্তম
মঙ্গলৰো সুমঙ্গল ॥ ১৭৩
অতি মন্দগতি সংসাৰ তৰয়
হৰি নাম মুখে গাই।

হৰি সেৱকৰ হৰিৰ কৃপাত
মায়া মোহে ভয় নাই ॥
এতেকে মুকুতি জানি নৰপতি
বানপ্ৰস্থ পৰিহৰা।
যত ফল মূল গৃহতে ভুঞ্জিয়া
নিতে হৰিসেৱা কৰা ॥ ১৭৪
বিদুৰ বচন শুনি ধৃতৰাষ্ট্ৰ
মনত তৃপিতি নাই।
কিছুক্ষণ গুণি বোলে হেন বাণী
শুনাহা প্ৰাণ ভৈয়াই ॥
ব্যাস মহামতি কহিলা প্ৰকটি
সমস্ত বেদৰ মৰ্ম্ম।
চতুৰ্ব্বৰ্গ লাগি যিবা কৰ্ম্ম কৰে
সিটো মনুষ্যৰ ধৰ্ম্ম ॥ ১৭৫
নৰজন্ম পাই যিটো নসাধয়
চতুৰ্ব্বৰ্গ মহাফল।
ইহ পৰকাল দৈৱেসে বঞ্চিল
জনম ভৈল বিফল ॥
শুনা সভাসদ তৰিবা আপদ
মুখত নেৰিবা নাম।
কলিত পৰম ধৰ্ম্ম অনুপাম
ঘোষিয়োক ৰাম ৰাম ॥ ১৭৬

---

পদ

ধৃতৰাষ্ট্ৰ বোলে কথা শুনাহা বিদুৰ।
বানপ্ৰস্থে থাকিবোহো বনৰ ভিতৰ ॥
অনুক্ৰমে ক্ষুধা তৃষ্ণা কৰি নিবাৰণ।
কায় মন বাক্যে চিন্তিবোহো নাৰায়ণ ॥ ১৭৭
গৃহাশ্ৰমে হেন শক্তি নহৈব আমাৰ।
এহি হেতু বৰ্ণাশ্ৰম মোৰ হৌক সাৰ ॥
সিংহ বাঘ ঘোঙ্গ আদি পশুগণ যত।
সৰ্প কীট পটঙ্গম আছয় বনত ॥ ১৭৮
সিসবক ভয়ে কিবা বনক নযাইবো।
যেহি হৈবে লাগে তাক কিমতে এৰাইবো ॥
সৰ্ব্ববিঘ্ন বিনাশন দৈৱকীনন্দন।
তাহানে চৰণ সদা কৰিবো বন্দন ॥ ১৭৯
কৃষ্ণপদ হৃদি যিটো কৰিলে আশ্ৰয়।
তাৰ কি বাসনা আৰো থাকিবে পাৰয় ॥
হেন জানি বাপ মোক বাধা নকৰিবা।
মোহোৰ নিমিত্তে দুখ শোকক তেজিবা ॥ ১৮০
এতেক সুদৃঢ় বাক্য শুনিয়া ৰাজাৰ।
বিদুৰে বুলিলা পাচে জুৰি দুই কৰ ॥
শুনিয়োক মহাৰাজ বচন সম্প্ৰতি।
কৰিয়োক আৰে যিটো কাৰ্য্য হোৱে প্ৰীতি ॥ ১৮১
দৃঢ়চিত্তে বানপ্ৰস্থ কৰিলা আশ্ৰয়।
তোমাক বাধিবে পুনু মোৰ সুযুৰায় ॥
আমাৰো আছয় মনে হেন অভিলাষ।
তোমাৰ লগতে খাটিবোহো বনবাস ॥ ১৮২
ৰাজবেশ এৰি লোৱা তপস্বীৰ বেশ।
অনন্তৰে দিয়া তুমি আমাক আদেশ ॥
ধৰ্ম্ম নৃপতিক বুজায়া পূৰ্ব্বাপৰ।
তান্তে অনুমতি লৈয়া চলা নিৰন্তৰ ॥ ১৮৩
ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ ধৰ্ম্মৰ মূৰুতি।
সজাইল হস্তিনাপুৰ কৰি পৰিপাটি ॥
দৰিদ্ৰ প্ৰজাৰ নলৱন্ত কৰ ভাৰ।
পূজা ব্ৰত হোম দান কৰে নিৰন্তৰ ॥ ১৮৪
নাহি ৰাজ্যে চোৰ দস্যু দুৰ্জ্জন তস্কৰ।
নৰনাৰী প্ৰশংসয় ধৰ্ম্ম যুধিষ্ঠিৰ।
প্ৰভাত সময়ে ৰাজা কৰি গঙ্গা স্নান।
কৃষ্ণপদ চিন্তা কৰে ধৰি মহাধ্যান ॥ ১৮৫
পাচে ঋষিসমূহক কৰিয়া বন্দন।
আঞ্জলি ভৰিয়া কৰে সুবৰ্ণক দান ॥
তাৰ পাচে মাত্ৰ মিত্ৰসবক সম্ভাষি।
অভ্যন্তৰে প্ৰবেশিলা ধৰ্ম্ম মহাযশী ॥ ১৮৬
মাতৃপদৰেণু লৈলা শিৰত তুলিয়া।
তাৰ পাচে থাকে ৰাজা মনত গুণিয়া ॥

তোমাসাৰ সেৱা লাগি হুই সযতন।
চাৰিভ্ৰাতৃসমে ৰঙ্গে আসে ইটো স্থান ॥ ১৮৭
লগত সংহতি চলে সুভদ্ৰা দ্ৰৌপদী।
কুন্তী চিত্ৰাঙ্গদা সমে দাস দাসী আদি ॥
তোমাৰ সমীপ পাই ৰাজা যুধিষ্ঠিৰ।
ভ্ৰাতৃগণ সমন্বিতে কৰে নমস্কাৰ ॥ ১৮৮
সেৱা কৰিবাক লাগি ভ্ৰাতৃ চাৰিজন।
তোমাৰ কাষত নিতে ৰাখি অনুক্ষণ ॥
নাৰীগণ সঙ্গে চলে গান্ধাৰী আবাস।
সেৱাক্ৰমে গান্ধাৰীক কৰন্ত আশ্বাস ॥ ১৮৯
অনন্তৰে অনুমতি লই কৰপুটে।
ৰাজকাৰ্য্য সমাপয় আতি শুদ্ধ চিত্তে ॥
ৰাজকাৰ্য্য শেষে চলে অন্তেষপুৰত।
ভোজন কৰন্ত চাৰিভ্ৰাতৃ সমন্বিত ॥ ১৯০
হেন ধৰ্ম্ম ৰাজাক নুবুলি কিছু বোল।
কেনমতে বনক চলিবা মহীপাল ॥
ধৃতৰাষ্ট্ৰ নিগদতি কহিছা উচিত।
প্ৰিয়বাক্যে শান্ত কৰা যুধিষ্ঠিৰ চিত ॥ ১৯১
নানামতে প্ৰবোধিবা ধৰ্ম্মৰ নন্দন।
আমাক মেলানি দিয়া সাধোক কল্যাণ ॥
অন্ধকৰ পাই হেন বচন সন্দেশ।
চলিল বিদুৰ ৰঙ্গে যুধিষ্ঠিৰ পাশ ॥ ১৯২
আশ্ৰমিক পৰ্ব্ব কথা অপূৰ্ব্ব কথন।
বিৰচিল কালিদাস অতি অজ্ঞজন ॥
সজ্জনসকলে শুনে নিতে কৰ্ণভৰি।
পাতক ছাৰোক ডাকি বোলা কৃষ্ণ হৰি ॥ ১৯৩

---

**যুধিষ্ঠিৰৰ সভালৈ বিদুৰৰ আগমন; যুধিষ্ঠিৰৰ প্ৰতি অন্ধকৰ সংবাদ দান আৰু অন্ধৰ প্ৰতি গান্ধাৰীৰ নিবেদন**

**পদ**

মুনি বোলে শুনিয়োক পৰীক্ষিত সুত।
পৰম ৰহস্য কথা পাণ্ডৱ চৰিত ॥
ধৃতৰাষ্ট্ৰ আজ্ঞা লই বিদুৰ সুমতি।
চলিলন্ত যথা যুধিষ্ঠিৰ নৰপতি ॥ ১৯৪

দেখি ধৰ্ম্ম নৰপতি নমিল আহ্লাদে।
বিদুৰে তুষিলা শিৰভ্ৰাণি আশীৰ্ব্বাদে ॥
অনন্তৰে বোলে পাচে মধুৰ বচন।
স্থিৰ চিত্তে শুনা বাক্য ধৰ্ম্মৰ নন্দন ॥ ১৯৫
দূত ভৈলা বাসুদেৱ মাগে পঞ্চগ্ৰাম।
তাঙ্ক নিদি কৌৰৱে যুদ্ধৰ কৰে কাম ॥
বৃদ্ধমন্ত্ৰী পাত্ৰক নগৰ ৰক্ষা দিলা।
চতুৰঙ্গে সবাকো যুদ্ধক লাগি নিলা ॥ ১৯৬
সম্মুখ যুদ্ধত সবে গৈলা যমঘৰ।
ছত্ৰ দণ্ড সিংহাসন ভৈলন্ত তোমাৰ ॥
তথাপিতো কৰি তুমি অনেক ভকতি।
সেহি সিংহাসন দিলা অন্ধক সম্প্ৰতি ॥ ১৯৭
বস্ত্ৰ আভৰণ নানা ভোজন সম্ভাৰে।
জেষ্ঠ্যক পূজিলা নিতে আতি সতকাৰে ॥
আনন্দে আছন্ত অন্ধ ৰাজ্য ভোগ কৰি।
বাসনা আসিল ধৰ্ম্মপন্থ অনুসৰি ॥ ১৯৮
এতেকতে অনুজ্ঞা মাগিল নৃপতিত।
বানপ্ৰস্থ লাগি আমি ভৈলোহো প্ৰস্তুত ॥
বনক চলিবো হস্তিনাক পৰিহৰি।
দিয়োক মেলানি মোক সবে দয়া কৰি ॥ ১৯৯
ক্ষত্ৰিয় ৰাজাৰ নীতি আছে পূৰ্ব্বাপৰ
ব্ৰহ্মচৰ্য্য গৃহাশ্ৰম আচৰি আচাৰ ॥
ৰাজা হুই কৰিলন্ত প্ৰজাক পালন।
কৰিবন্ত যজ্ঞদানে ধৰ্ম্ম উপাৰ্জ্জন ॥ ২০০
শেষ কালে পুত্ৰক সমৰ্পি সিংহাসন।
বানপ্ৰস্থ আশ্ৰমক কৰিব গমন ॥
ফল মূল খাই পাচে ব্ৰত আচৰিব।
ক্ৰমে নিৰাহাৰী হুই সন্ন্যাস আনিব ॥ ২০১
সন্ন্যাসে সমাধি সাধি লভিবন্ত গতি।
এহি হেতু আমাৰ ভৈলন্ত হেনমতি ॥
যৌৱন অন্তৰি গৈয়া বৃদ্ধত প্ৰবেশ।
শৌৰ্য্য বীৰ্য্য আয়ু স্বাস্থ্য সবে ভৈল নাশ ॥ ২০২
তথাপিতো যথাসাধ্য কুলধৰ্ম্ম ৰাখি।
যাৱত থাকন্ত প্ৰাণ হৈবো বনবাসী ॥

এতেক বচন শুনি ৰাজা যুধিষ্ঠিৰ।
মহাশোকে চাৰিদিশে দেখে অন্ধকাৰ ॥ ২০৩
বিবৰ্ণ বদন ভৈলা কম্পায় শৰীৰ।
সৰসৰি পৰে দুই নয়নৰ নীৰ ॥
শোকত দগধ চিত্ত নসৰে বচন।
তথাপিতো বোলে হেন বাক্য সকৰুণ ॥ ২০৪
যতেক কহিলা খুড়া অন্ধৰ বচন।
যেন মহাশেলে হৃদয়ত দিলা হান ॥
যদি স্নেহ কৰাহা আম্নাৰ সাধা হিত।
নিমিলাইবা হৃদয়ত হেনয় আঘাত ॥ ২০৫
কৰিয়োক আশীৰ্ব্বাদ যাৰতে মিলোক।
নিতে নিতে কৰো সেৱা অন্ধ নৃপতিক ॥
বালক কালত পিতৃ পৰলোকে গৈলা।
জ্যেষ্ঠপিতৃ পুত্ৰসম আমাক পালিলা ॥ ২০৬
শিক্ষা দীক্ষা অস্ত্ৰ শস্ত্ৰ গুণ জ্ঞান বলে।
পাণ্ডুৱ বিখ্যাত জ্যেষ্ঠ পিতৃ অনুকূলে ॥
হেন পিতৃ কিবা হেতু ত্যজে পাণ্ডুৱক।
হায় বিধি কিবা দোষে কৰিলা এতেক ॥ ২০৭
একে বৃদ্ধ আৰো অন্ধ চলিবে বনক।
কেনে প্ৰাণ ধৰো খুড়া কহিয়ো আমাক ॥
কিবা তুমি আমাক কৰিলা উপহাস।
পুনৰপি কহিয়োক মিলোক হৰিষ ॥ ২০৮
বিদুৰে বোলন্ত বাপ শান্ত কৰা মন।
অন্যথা নুহিকে ইটো স্বৰূপ বচন ॥
শাস্ত্ৰত পণ্ডিত তুমি ধৰ্ম্মৰ মূৰুতি।
দয়া দান ক্ষমা ধৈৰ্য্য তোমাৰ বিভূতি ॥ ২০৯
তুমি পূৰ্ণ ৰাজনীতি ধৰ্ম্মনীতি গুণে।
পৱিত্ৰ ভৈলন্ত কুল তোমাৰ কাৰণে ॥
পৰম পুৰুষ কৃষ্ণ অনাদি ঈশ্বৰ।
যাহাৰ তত্ত্বক নজানন্ত ব্ৰহ্মা হৰ ॥ ২১০
যোগীসবে যোগ ধ্যানে যাহাক সেৱয়।
তেন্তে কৃষ্ণ ৰূপে বাপ গোকুলে উদয় ॥
সন্তৰ কৃপাল কৃষ্ণ দুৰ্জ্জনৰ কাল।
কৃষ্ণক নজানি জৰাসন্ধ শিশুপাল ॥ ২১১
আদি দুষ্ট শত শত ভৈলন্ত বিনাশ।
কৃষ্ণক নমানি অন্ধ আচৰিলা দোষ ॥
সেহি দোষে শোক দুখ মিলিল অপাৰ।
কৌৰৱৰ বংশ ধ্বংস জানে চৰাচৰ ॥ ২১২
হেন কৃষ্ণ বশ্য ভৈলা গুণত তোমাৰ।
স্বৰ্গ অনুপম ভৈলা হস্তিনা নগৰ ॥
যাৰত আছন্ত কৃষ্ণ পালিয়োক লোক।
চতুৰ্ব্বৰ্গ ফল মানে তোমাত মিলোক ॥ ২১৩
সাধিয়োক নানা মতে প্ৰজাৰ কল্যাণ।
শেষকালে হেনমতে সাধিবা নিৰ্য্যাণ ॥
ধৰ্ম্মেসে কেৱল সত্যলোক পৰমাৰ্থ।
এতেকে ধৰ্ম্মক পালি মানয় কৃতাৰ্থ ॥ ২১৪
জানি তুমি অসন্তোষ নকৰিবা মনে।
অন্ধক বিদায় কৰা নিজজ্ঞান গুণে ॥
হেনমতে বিদুৰে প্ৰবোধি বহুতৰ।
অনন্তৰে চলিলন্ত যথা অভ্যন্তৰ ॥ ২১৫
দ্ৰৌপদী সুভদ্ৰা আদি বোৱাৰীৰ সঙ্গে।
বসি আছে কুন্তীদেৱী আতি মন ৰঙ্গে ॥
হেনকালে অকস্মাত ভৈলন্ত প্ৰবেশ।
কুন্তীক প্ৰণামি বোলে বচন বিশেষ ॥ ২১৬
অন্ধৰাজে বুলিলন্ত বাক্য সবিনয়।
কুলধৰ্ম্ম পালিবাক ৰাজাৰ লাগয় ॥
এতেকতে গৃহ ত্যজি যাইবো বন ঠাৱে।
বিদায় কৰোক সবে হৰষিত ভাৱে ॥ ২১৭
কুন্তী বোলে ভাল ভাল জড়া উপগত।
অন্ত ভৈলা বিষয়ৰ সুমঙ্গল যত ॥
বনবাসে চলিবে আমাৰো আছে মতি।
অন্ধক জানিব দিয়া আমাৰো প্ৰণতি ॥ ২১৮
কুন্তীৰ মধুৰ বাক্যে পাই হেন আশ।
অনন্তৰে বিদুৰ চলিল অন্ধ পাশ ॥
বিদুৰক পাই অন্ধ আলোচিল কাজ।
ৰাজ-আভৰণ ত্যজি লৈলা বনসাজ ॥ ২১৯
বনসাজ দেখি পাচে কৌৰৱৰ মাৱে।
অন্ধক বোলয় বাণী ধৰি দুই পাৱে ॥

শুনা সমাজিক জন কথা মনোৰম ।
নিৰন্তৰে ঘোষিয়োক কৃষ্ণ ৰাম ৰাম ॥ ২২০

---

## ছুলড়ী

গান্ধাৰী দেখন্ত ৰাজা ধৃতৰাষ্ট্ৰ
ৰাজ-আভৰণ থৈলা ।
ত্যজি গৃহসুখ যাইবে বনবাস্
তাপসৰ বেশ লৈলা ॥
গাৱ শিহৰিল লোতক ঝৰিল
শোকত মজিল মতি ।
গদ গদ বাণী বুলিবে লাগিল
শুনিয়োক প্ৰাণ পতি ॥ ২২১
নাহি তুল্য যাৰ শত পুত্ৰ মোৰ
সবে গৈলা পৰলোক ।
ৰাজভোগ যোগ ভৈলন্ত বিয়োগ
মিলিল দাৰুণ শোক ॥
পুত্ৰশোক তাপ বহ্নিৰ উত্তাপ
সততে সৰ্ব্বাঙ্গ দহে ।
এতেক সময়ে তোমাৰ বিচ্ছেদ
অন্তৰে কিমতে সহে ॥ ২২২
হৰি হৰি বিধি আৰো কিবা সিদ্ধি
তেৱে হেনমতি ভৈলা ।
মৰিবাৰ বেলা বনক পলাইলা
আমাক অনাথ কৈলা ॥
হৈব কিবা ভাল জীৱা কত কাল
নাৰী অনাথিনী কৰি ।
এহি বুলি দেৱী কান্দিবে লাগিল
অন্ধৰ পাৱত ধৰি ॥ ২২৩
গান্ধাৰী বচন কৰিয়া শ্ৰৱণ
বোলে অন্ধ নৰপতি ।
নকৰিবা শোক নবাধিবা মোক
শুনিয়োক প্ৰাণ সতী ॥

পূৰ্ব্ব জন্মে আমি পাপক সাঞ্চিলো
মনুষ্য জনম পাই ।
সিটো মহাপাপে জানিবা আমাৰ
এতেক ভৈল বিলাই ॥ ২২৪
পুত্ৰ ৰাজ্য ধন সবে ভৈল ছন্ন
নষ্ট গৈল বল দৰ্প ।
যেন শৰীৰক সদায় দংশিল
সহস্ৰেক কালসৰ্প ॥
তাৰ মহাবিষে শৰীৰ শুষিল
ৰাজভোগে শান্তি নাই ।
জানিবা আমাৰ কৰমৰ দোষ
কৰ্ম্মফল বিড়ম্বয় ॥ ২২৫
সংসাৰ মায়াৰ জানিবা পিঞ্জৰ
গৃহ ভৈলা বন্দীশাল ।
যেন মহা পাশে আমাক বান্ধিল
যুধিষ্ঠিৰ মহীপাল ॥
উদৰৰ অৰ্থে আয়ু গৈলা ব্যৰ্থে
নসাধিলো মোক্ষ কাম ।
নিশ্চয় জানিলো আমাৰ কাৰণে
চুম্পি আছে কাল যম ॥ ২২৬
যেৱে প্ৰাণ ছুটে পৰম আটোপে
নৰকক লাগি নিব ।
কোটি কোটি কল্প নৰক ভুঞ্জাই
আৰো নানা দুখ দিব ॥
এতেক জানিয়া কৃষ্ণৰ চৰণে
শৰণ কৰিলো সাৰ ।
বেদৰ নিগূঢ় কৃষ্ণ সেৱা ধৰ্ম্ম
সৰ্ব্ব পৰমাৰ্থ সাৰ ॥ ২২৭
নিগুৰ্ণ কৃষ্ণৰ যেৱে গাস্ত গুণ
স্বভাৱে হোৱে নিগুৰ্ণ ।
কহো নিষ্ঠ নিষ্ঠ কৃষ্ণ বিনা ইষ্ট
নাহি নাহি দেৱ আন ॥
কৃষ্ণ সেৱকৰ কৃষ্ণৰ কৃপাত
কাল যম ভয় নাই ।

অতি অভাজনো আপুনাক তাৰে
কৃষ্ণ নাম যশ গাই ॥ ২২৮
জানি প্ৰিয় সতী এৰা আন মতি
তোমাৰো যতন হৌক ।
থাকি বনবাসে পৰম সন্ন্যাসে
এৰাইবা দাৰুণ শোক ॥
হেন শুনি দেৱী শোকক তন্তায়া
কৃষ্ণ বোলে ধৈৰ্য্য ধৰি ।
নাম বিনা আন নাহি পৰিত্ৰাণ
কহিলো নিশ্চয় কৰি ॥ ২২৯
হেৰা প্ৰিয় স্বামী সন্তোষিত আমি
বুলিলা যেন উচিত ।
ঝাণ্টে চলিয়োক দুৰ্গম বনক
চলিবো আমি সন্নিত ॥
এহি বুলি দেৱী অন্ধৰ পাৰক
জাণ্টিল আনন্দ মনে ।
হেন সময়ত সঞ্জয় আসিল
ধৃতৰাষ্ট্ৰ সম্ভাষণে ॥ ২৩০
জুৰি দুইহাত কৰি প্ৰণিপাত
বোলে বাক্য গদ গদ ।
হেৰা নৰনাথ নমাইলো মাথ
খণ্ডিয়ো আমাৰ খেদ ॥
বেদৰ বিহিত ইটো সদকৰ্ম্ম
সবাৰ উচিত হয় ।
এতেকে অ'মাক সংহতি লৈয়োক
ৰাখি কিঙ্কৰৰ দায় ॥ ২৩১
যাৱত আমাৰ চৈতন্য থাকিব
আজ্ঞা পালি নৃপতিৰ ।
সাধিবো তথাত প্ৰয়োজন মানে
হেনসে বাঞ্ছা আমাৰ ॥
শুনি কুৰুপতি তাঙ্ক আশ্বাসিলা
পৰম প্ৰফুল্ল মনে ।
গান্ধাৰী বোলয় তুমিসে কৃপালু
হেন বোলা অকাৰণে ॥ ২৩২

হেন সময়ত আসিলন্ত পাচে
কৃপাচাৰ্য্য ব্যাসদেৱ ।
জানি কুৰুপতি কৰন্তে প্ৰণতি
কৰিলন্ত পাৱে সেৱ ॥
অন্ধ নৃপতিৰ বৈৰাগ্য মিলিল
জানি পৰাশৰসুত ।
বুজি অনুক্ৰম বুলিলা উত্তৰ
ভাবিছা যেন মনত ॥ ২৩৩
চতুৰ্ব্বৰ্গ লাগি মানৱ জীৱন
চাৰি আশ্ৰমতে মিলে ।
চাৰি আশ্ৰমতে পুণ্য যশ কীৰ্ত্তি
অযত্নে পাৱে সকলে ॥
চতুৰ্ব্বৰ্গ জানা ধৰ্ম্মৰ সাধন
ধাৰণ কাৰণ হেতু ।
ইহকালে কীৰ্ত্তি পৰকালে পুণ্য
লোকৰ মঙ্গল সেতু ॥ ২৩৪
কীৰ্ত্তি আৰো পুণ্য যিটো ভৈল শূন্য
বৃথাত মনুষ্য নাম ।
উদৰৰ অৰ্থে আয়ু গৈল ব্যৰ্থে
নসাধিল কিছু কাম ॥
পৰম দুৰ্দ্দৈৱ জানিবা তাহাৰ
অমূল্য জনম পাই ।
মনুষ্য জন্মৰ ধৰ্ম্ম নুবুজিল
চতুৰ্ব্বৰ্গে বোধ নাই ॥ ২৩৫
জানি তুমি অন্ধ তেজি মায়া বান্ধ
বানপ্ৰস্থ কৰা সাৰ ।
এহি পুৰুষৰ নিজ পৰমাৰ্থ
নাহিকে সম্পদ আৰ ॥
তমু পুৰুষাৰ্থ হউক কৃতাৰ্থ
জন্মৰ উদ্দেশ্য জানি ।
আৰো নানামতে স্বধৰ্ম্ম বুজাই
দিলা তাঙ্ক আজ্ঞা বাণী ॥ ২৩৬
শুনা সভাসদ ভাৰতৰ পদ
শুনিবাক অনুপাম ।

যিটো জনে দিনে শুনে কিবা ভণে
পূৰ্ণ হয় আশা কাম ॥
সমস্ত তীৰ্থৰ ইসে পুণ্যজল
ইসে তপ ব্ৰত মূল।
যিবা কৃষ্ণ কথা শুনি গাই মনে
চিত্তক কৰে নিৰ্ম্মল ॥ ২৩৭
ভৱ নিস্তাৰিল যাতনা সাৰিল
পূৰ্ণ ভৈল মন কাম।
ভণে কালিদাস কৃষ্ণ সেৱা আশ
ডাকি বোলা ৰাম ৰাম ॥ ২৩৮

---

ধৃতৰাষ্ট্ৰৰ ওচৰলৈ যুধিষ্ঠিৰৰ আগমন আৰু যুধিষ্ঠিৰৰ প্ৰতি অন্ধৰাজৰ উপদেশ

পদ

মুনি বোলে শুনা পৰীক্ষিতৰ নন্দন।
বানপ্ৰস্থ লাগি ভৈল অন্ধৰ যতন ॥
অনন্তৰে বিদুৰৰ বচন প্ৰমাণি।
মহাদুখে যুধিষ্ঠিৰ টোকে চক্ষু পানী ॥ ২৩৯
ভ্ৰাতৃসমে অন্ধৰ ওচৰ আসি পাইলা।
অন্ধৰ চৰণে ধৰি কান্দিবে লাগিলা ॥
কান্দি কান্দি শোকাকুলে বুলিলন্ত বাণী।
শুনা জ্যেষ্ঠ পিতৃ কুৰুকুল শিৰোমণি ॥ ২৪০
কিবা অপকৰ্ম্ম কৰিলন্ত যুধিষ্ঠিৰ।
কিবা উলঙ্ঘিল আজ্ঞা চাৰি সহোদৰ ॥
সিটো অপৰাধে পিতৃ আমাক তেজিবা।
হস্তিনাক শূন্য কৰি বনবাসে যাইবা ॥ ২৪১
পিতৃশোক নজানিলো তোমাৰ কাৰণ।
পিতৃজ্ঞানে সেৱিলোহো যুগল চৰণ ॥
আৰে কিবা দোষে যাইবা দেশ পৰিহৰি।
পাণ্ডৱে থাকিব কেনে পিতৃসেৱা এৰি ॥ ২৪২
হাৰ হৰি বিধি কিনো মিলিল অপায়।
একে অন্ধ আৰো বৃদ্ধ জ্যেষ্ঠ মহাবায় ॥
তাপসৰ বেশে থাটিৱন্ত বনবাস।
আমাৰ দুষ্কীৰ্ত্তি ইটো আমাৰেসে দোষ ॥ ২৪৩
তথাপিতো যাইবা যদি বধিব কেমনে।
আমাকো সঙ্গত লৈয়ো প্ৰবোধ বচনে ॥
শুনাহে বিদুৰ খুড়া সৰ্ব্বজন হিত।
কিবা দোষে এৰিলাহা পাণ্ডৱত চিত ॥ ২৪৪
তুমি প্ৰাণদাতা সৰ্ব্বক্ষণে চিন্তা হিত।
তোমাৰ কাৰণে জীওঁ পঞ্চ পাণ্ডুসুত ॥
কি দোষে তেজিলা কিবা কৰিলো অধৰ্ম্ম।
নসহিলা পাণ্ডৱৰ কিবা মন্দকৰ্ম্ম ॥ ২৪৫
ধৰ্ম্ম নৃপতিৰ শুনি হেন শোক বোল।
গাৰ চালি অন্ধৰাজ সাৱটি ধৰিল ॥
পুত্ৰক আকোলি যেন ঘ্ৰাণিলন্ত শিৰ।
শিৰ চাপি হস্ত ৰাখি বোলে অনন্তৰ ॥ ২৪৬
তোমাৰ অমৃত আমি জানিবা পালিত।
তোমাৰ মঙ্গল চিন্তা আমাৰ উচিত ॥
নানা ব্ৰত আচৰিলো দিলো নানা দান।
যতেক সাধিলো পুণ্য তুমিসে কাৰণ ॥ ২৪৭
তোমাৰ যত্নতে পুত্ৰবিহীনা গান্ধাৰী।
শুশ্ৰূষা কৰিল মোক সাধ্য অনুসৰি ॥
যিসকল দুৰাত্মা অধম দুষ্টমতি।
কাঢ়ি লৈলা তোমাসাৰ ঐশ্বৰ্য্য বিভূতি ॥ ২৪৮
দ্ৰৌপদীৰ কৰিলন্ত কেশ আকৰ্ষণ।
সন্মুখ যুদ্ধত ভৈল সবাৰ পতন ॥
সিসবৰ হৈছে জানা নৰকত বাস।
তাঙ্ক উদ্ধাৰিব জানা নাহিক প্ৰয়াস ॥ ২৪৯
কেৱল গান্ধাৰী সৈতে আপুনাক লাগি।
তপস্বীৰ বেশে বনবাসে ভৈলো আগি ॥
ধাৰ্ম্মিক মাজত বাপ তুমি অগ্ৰগণ্য।
লোকৰ পৰম গুৰু দম্ভ দ্বেষ শূন্য ॥ ২৫০
এতেকে তোমাক বাক্য কৰিছো মিনতি।
আমাৰ মঙ্গল চিন্তি দিয়া অনুমতি ॥
বিশেষত কুলোদিত ইকাৰ্য্য আমাৰ।
জানি তুমি আমাক ত্যজাহা অনন্তৰ ॥ ২৫১

অন্ধৰ বচন শুনি শোকাকুল চিত্ত।
বিমৰিষে যুধিষ্ঠিৰ বসিল ভূমিত ॥
নমো নমো তুমি পিতৃগুৰু ইষ্ট জন।
তোমাৰ কাৰণে হস্তিনাৰ সিংহাসন ॥ ২৫২
হেন নিদাৰুণ বাক্য বোলা কিবা ধিক।
কিবা অপৰাধে তুমি তেজিবা আমাক ॥
যদি তেজিবাক চাহা কৰিয়োক কাৰ্য্য।
হস্তিনাৰ সিংহাসন আন যত ৰাজ্য ॥ ২৫৩
যদিবা বেশ্যাৰ পুত্ৰ যুযুৎসু তোমাৰ।
যুৱৰাজ পদে তাঙ্ক দিয়া অধিকাৰ ॥
আমি পুনু যাইবো বনবাস খাটিবাক।
হেন দয়া কৰিয়োক যুধিষ্ঠিৰ পোক ॥ ২৫৪
ৰাজ্যৰ কাৰণে গুৰু জ্ঞাতি কৰি নাশ।
শোক দুখ অকীৰ্ত্তিত পাইলো বহু ক্লেশ ॥
আৰে পুনু তুমি কৰি বনক গমন।
পুনু শোক অগনিত নকৰা দাহন ॥ ২৫৫
স্বৰূপে ৰাজ্যত মোৰ অধিকাৰ নাই।
তোমাৰেসে অধিকাৰ আমি দাস প্ৰায় ॥
আজ্ঞা পালি যথাযোগ্য আচৰো কৰ্ম্মক।
সেৱকে কি অনুমতি দিয়ন্ত প্ৰভুক ॥ ২৫৬
মোহ মায়া বাসনা জীৱৰ মহা পাশ।
সি কাৰণে কুৰু পাণ্ডু কুল ভৈলা নাশ ॥
কিন্তু দুৰ্য্যোধন পুত্ৰ যেন আপোনাৰ।
আমিও জানিবা পুত্ৰ নাহি ভিন্ন পৰ ॥ ২৫৭
মাতৃ কুন্তী গান্ধাৰীত ভেদজ্ঞান নাই।
এতেকে আমাক তেজিবাক নুযুৱাই ॥
এহি বুলি যুধিষ্ঠিৰ ফোকাৰি ফোকাৰি।
কান্দিবে লাগিল জ্যেষ্ঠপিতৃ পদ ধৰি ॥ ২৫৮

ছবি

সেহি বেলা সভামাজ আসিলন্ত বেদব্যাস
বুজি মনে অন্ধৰ নৈৰাশ।
অনন্তৰে বোলে বাণী শুনা ধৰ্ম্ম নৃপমণি
তোমাৰ মনত কিবা আশ ॥
ধৃতৰাষ্ট্ৰ অতি বৃদ্ধ তাতে শোকানলে দগ্ধ
শত পুত্ৰ মৰিল যাহাৰ।
হেনজনে গৃহবাসে সামৰ্থ হৈবন্ত কেনে
চিন্তা দুখ কষ্ট সহিবাৰ ॥ ২৫৯
যশস্বিনী মহাদই গান্ধাৰীৰ সীমা নাই
পাইলা যেন শোক চিন্তা দুখ।
এতেকে আমাৰ মতি বনমাজে কৰি গতি
দুহান্তৰ মনে হৌক সুখ ॥
তুমি ধৰ্ম্ম মহামতি জানা বেদ শাস্ত্ৰ নীতি
জানা পূৰ্ব্ব ৰাজাৰ চৰিত্ৰ।
যেৱে আসি বৃদ্ধ পায় তেৱে বানপ্ৰস্থ লয়
গৃহ তেজি যায় অৰণ্যত ॥ ২৬০
এতেকে বুজিবা সাৰ ধৃতৰাষ্ট্ৰ গান্ধাৰীৰ
বানপ্ৰস্থ ভৈলা উপস্থিত।
তাঙ্ক এৰি অযতনে গৃহত মৰিব কেনে
চৌৰাশী সহস্ৰ যাতনাত ॥
ব্ৰাহ্মণ ক্ষত্ৰিয় যত চাৰি আশ্ৰমত ৰত
বেদৰ বিহীত সেহি ধৰ্ম্ম।
মৰণ কালৰ বেলা হেন ধৰ্ম্ম অৱহেলা
নভৈল মোক্ষৰ কিছু কৰ্ম্ম ॥ ২৬১
জিনিল আপোন বৈৰী দণ্ড পাট পৰিহৰি
আচৰিল বানপ্ৰস্থ ধৰ্ম্ম।
যুদ্ধ কিবা বনমাজ পৰাণ হউক বাজ
ক্ষত্ৰিয় ৰাজাৰ মহাধৰ্ম্ম ॥
এতেকে আমাৰ মতি তুমি দিয়া অনুমতি
অন্ধৰাজ কুৰুকুল পতি।
ৰক্ষা কৰি কুলধৰ্ম্ম আচৰোক মোক্ষ কৰ্ম্ম
যাৰে অন্তে মিলয় মুকুতি ॥ ২৬২
শুনা ৰাজা জন্মেজয় ব্যাসে যেৱে হেন কয়
যুধিষ্ঠিৰে বোলন্ত আহ্লাদে।
যতেক কহিলা তুমি সমস্তকে জানো আমি
তযু পাদ-পদ্মৰ প্ৰসাদে ॥
বেদ জ্ঞানে কল্পতৰু তুমি মোৰ কুলগুৰু
তোমাৰ আদেশ হৌক সাৰ।

কিন্তু অন্ধপিতা শেষে বনে যাই পায় ক্লেশ
ই চিন্তাই মই নাপাওঁ পাৰ ॥ ২৬৩
পিতৃশোকে তেজে প্ৰাণ কিসতে সহিব মন
ধিক ধিক আমাৰ জীৱন।
এহি বুলি নৰপতি শোকত বিহ্বল মতি
মকমকি কৰন্ত ক্ৰন্দন ॥ ২৬৪

---

পদ

মুনি বোলে শুনা ৰাজা উত্তৰাৰ নাতি।
ধৰ্ম্মৰ ক্ৰন্দন শুনি কুৰুকুলপতি ॥
পুনৰপি বোলে বাক্য সুগভীৰ মতি।
তোমাক বুজাইবে নাহি আমাৰ শকতি ॥ ২৬৫
মায়াৰ কাৰণে নৰ বিষয় প্ৰমত্ত।
সুবুজয় ধৰ্ম্ম সুবুজয় আত্মতত্ত্ব ॥
ধৰ্ম্মক নমানি ভৈলো অপৰাধী ঘোৰ।
সম্যকতে প্ৰায়শ্চিত্ত মিলিল আমাৰ ॥ ২৬৬
পৰম ধাৰ্ম্মিক তুমি পৰম পণ্ডিত।
জানি মোক বাধিবাক নহয় উচিত ॥
কৃষ্ণৰ মুখত ধৰ্ম্মাধৰ্ম্ম কথা শুনি।
কায় মন বাক্যে কৃষ্ণ উপদেশ মানি ॥ ২৬৭
সৰ্ব্বক্ষণে কৰি তুমি কৃষ্ণক স্মৰণ।
ৰাজ্যক চৰ্চ্চিয়া কৰা প্ৰজাক পালন ॥
মিলি মন্ত্ৰী পুৰোহিত ব্যাস তপোধন।
আপুনি পালিবা ৰাজ্য ধৰ্ম্মে ৰাখি মন ॥ ২৬৮
নিত্য নৈমিত্তিক আপুনাৰ কৰ্ম্ম যত।
কৃষ্ণৰ সন্তোষে বুলি কৰিবা সতত ॥
যতেক আৰ্জ্জিত মানে কৰা ভোগ দান।
স্বভাৱে চঞ্চল অৰ্থ অথিৰ জীৱন ॥ ২৬৯
আৰো কিছো ৰাজনীতি বিবৰিবো আমি।
যথাসাধ্য কৰ্ম্ম পন্থে ৰক্ষা কৰা তুমি ॥
ব্ৰাহ্ম্য মুহূৰ্ত্তত নিতে তেজিবা শয়ন।
বৃদ্ধ আৰো জ্ঞানীগণে পুছিবা বচন ॥ ২৭০
ইন্দ্ৰিয়গণক সদা ৰাখিবা সংযত।
সাৰথি থাকয় যেন অশ্বসমূহত ॥
ধাৰ্ম্মিক জনক দিবা ৰাজ্যৰ বিষয়।
শত্ৰুৰ সন্ধান লৈবা বুজি অভিপ্ৰায় ॥ ২৭১
যিবা পুৰে তোমাৰ নিবাস অভিমত।
প্ৰাচীৰ তোৰণ হৌক সুদৃঢ় গঠিত ॥
ছয়টি প্ৰকোষ্ঠ হৌক সিটো অট্টালিকা।
বেঢ়িয়া থাকয় দুৰ্গ কৰি অকাবেকা ॥ ২৭২
আহাৰ বিহাৰ কিবা শয়নে গমনে।
ৰক্ষীদ্বাৰ আত্মৰক্ষা কৰা সাৱধানে ॥
অন্তঃপুৰ ৰক্ষা কৰা ৰাখি বৃদ্ধদূত।
মন্ত্ৰণা কৰিবা সদা নিভৃত স্থানত ॥ ২৭৩
নগৰ নিবাসী কিবা জনপদবাসী।
দোষ গুণ বুজিবাহা গোপনে সম্ভাষি ॥
বিশ্বাসী জ্ঞানীক দিবা বিচাৰ আসন।
সত্য ন্যায় নীতি যেন নকৰে বৰ্জন ॥ ২৭৪
যিটো জনে লোভ মোহে সত্য পৰিহৰি।
ছলে বলে হৰে পৰধন পৰনাৰী ॥
আনৰ অনিষ্টকাৰী লুব্ধক স্বভাৱ।
অসত কৰ্ম্মত সদা জীৱিকা সম্ভৱ ॥ ২৭৫
কাল পাত্ৰ বিবেচনা কৰি অন্তৰত।
অৰ্থদণ্ড প্ৰাণদণ্ড কৰিবা উচিত ॥
দয়া দান ক্ষমা ধৈৰ্য্য যদিবা ভূষণ।
সকলোতে অনুচিত বুজিবা কাৰণ ॥ ২৭৬
প্ৰাতঃকালে শয্যা এৰি তুমি প্ৰথমত।
ব্যয় কাৰ্য্যে নিযুক্ত আছয় লোক যত ॥
সবাৰো তত্ত্বাৱধান ভালমনে কৰি।
দোষ গুণ দেখুৱাই বচনে সাদৰি ॥ ২৭৭
তাৰ পাচে পিন্ধি লই ৰাজ আভৰণ।
আশ্ৰিত জনক দিবা যথা যোগ্য দান ॥
অনন্তৰে সৈন্যগণে কৰিবা দৰ্শন।
ভোজন সম্ভাৱ বাক্যে সন্তোষিবা মন ॥ ২৭৮
সন্ধ্যাকালে দূত কাৰ্য্য বুজিবা নিশ্চয়।
ৰাত্ৰি শেষে নিজ কাৰ্য্য কৰিবা নিৰ্ণয় ॥

মধ্য ৰাত্রি আৰ জানা মধ্যাহ্ন সময় ।
ভ্ৰমণত বুজিবা প্ৰজাৰ কাৰ্য্যচয় ॥ ২৭৯
উপযুক্ত সময়ত অলঙ্কৃত হই ।
সুস্থ চিত্তে বসিবাহা সিংহাসন লই ॥
ন্যায় নীতি অনুসৰি নানা কাৰ্য্য লই ।
ৰাজ কোষ বঢ়াইবা ব্যয় ভাগ চাই ॥ ২৮০
দুষ্টক দণ্ডিবা আৰো সন্তক ৰক্ষিবা ।
শত্রুক হাতত লই শত্রুক নাশিবা ॥
গুণাৰ গাইবা গুণ কৰি শতকাৰ ।
যাৰে পুনু বৃদ্ধি হয় গুণ কৰ্ম্ম তাৰ ॥ ২৮১
বৈশম্পায়ন বোলে শুনা ৰাজা জন্মেজয় ।
বখানি এতেক কথা অন্ধ মহাৰায় ॥
অন্তৰ ভাগৰি যেন ভৈলন্ত নিমাত ।
হেন দেখি যুধিষ্ঠিৰ কৰি প্ৰণিপাত ॥ ২৮২
বোলে পুনৰপি বাক্য শুনা জ্যেষ্ঠ পিতা ।
কহিলা যতেক নীতি পালিবো সৰ্ব্বথা ॥
আপুনাৰ পুত্ৰ বুলি যদি আছে দয়া ।
পুনু কিছো নীতি ধৰ্ম্ম উপদেশ দিয়া ॥ ২৮৩
ধৰ্ম্ম নীতি বিশাৰদ ভীষ্ম পিতামহ ।
স্বৰ্গত আছন্ত আজি তেজি মায়া মোহ ॥
পৰম পুৰুষ কৃষ্ণ নাহি উপস্থিত ।
যিবা জনে পাণ্ডৱৰ সাধে চিৰ হিত ॥ ২৮৪
বিদুৰ সঞ্জয় মহামতি দুইজন ।
আপোনাৰ সংহতি চলিব বিদ্যমান ॥
পাচে আৰ কোনজনে দিব উপদেশ ।
কোন জনে বাপ বুলি কৰিব সন্তোষ ॥ ২৮৫
অন্ধ বোলে কহন্তে মোহোৰ পৰিশ্ৰম ।
তথাপি অলপ শুনা নৃপতি নিয়ম ॥
শত্রু কিবা শত্রুৰ হিতাৰ্থী যিবা হয় ।
তাৰ জনবল শক্তি বুজিবা সদায় ॥ ২৮৬
যেতিয়া দুৰ্ব্বল শক্তি দেখিবা শত্ৰুৰ ।
জয় চেষ্টা কৰিবাহা পুনু পুনু বাৰ ॥
শত্ৰুপক্ষ বলৱন্ত আপুনি দুৰ্ব্বল ।
সন্ধি স্থাপনৰ চেষ্টা কৰিবা সকল ॥ ২৮৭
যেবে দেখা ৰাজশক্তি আছে যথোচিত ।
বিপক্ষ ৰাজাক তেৱে কৰি সন্মানিত ॥
ক্ষীণ বল মিত্ৰে সমে পিতলাদি ধাতু ।
দিবা আৰো ভূমিখণ্ড অল্প শস্য যাতু ॥ ২৮৮
কিন্তু সন্ধি কাল আসি ভৈলে উপস্থিত ।
সুবৰ্ণ ৰজত ধাতু লৈবা যথোচিত ॥
আৰো বহু শস্যযুতা লৈবাহা ভূমিক ।
তাৰ বলৱন্ত মিত্ৰে আনিবা যৌতুক ॥ ২৮৯
শত্রুৰ লগত যদি সন্ধি ইচ্ছা কৰা ।
তাহাৰ পুত্ৰক আনি আকোৱালি ধৰা ॥
গৃহত আনিয়া ভালমতে ৰাখিবাহা ।
হেনমতে শত্ৰুক পৰীক্ষা কৰি চাহা ॥ ২৯০
চিৰদিন ৰাজ্য ৰক্ষা প্ৰজাৰ সান্ত্বনা ।
নৃপতিৰ মনে যদি একান্ত কামনা ॥
শত্ৰুক বিনাশ কিবা কোষ ভঙ্গ কৰি ।
বশীভূত কৰিৱন্ত নানা চেষ্টা ধৰি ॥ ২৯১
আপুন উন্নতি লাগি কাৰ্য্য আচৰিব ।
সমস্ত নৃপতি সবে হিংসা নকৰিব ॥
বলৱন্ত নৃপতিক জয় আশা মন ।
তাহান আত্মীয় ভেদে কৰিব যতন ॥ ২৯২
বুদ্ধিমান নৰপতি যিবাজন হয় ।
দেশ কাল অনুসৰি আত্মবল চাই ॥
হয় হস্তী ৰথ আদি চতুৰঙ্গ দলে ।
অকালতে যুদ্ধ যাত্ৰা কৰিব নিতালে ॥ ২৯৩
শুক্ৰাচাৰ্য্য বিৰচিত নীতি অনুসৰি ।
পদ্ম কিবা বজ্ৰ ব্যূহ সুনিৰ্ম্মাণ কৰি ॥
যুদ্ধত প্ৰবৃত্ত হৈব ন্যায়ক আদৰি ।
চতুৰঙ্গ দলে আপুনাক ৰক্ষা কৰি ॥ ২৯৪
সময়ে সামান্য কাৰ্য্য হয় বলৱান ।
ক্ষুদ্ৰ ফিৰিঙ্গতি কৰে অৰণ্য দাহন ॥
ই কাৰণে মহন্তৰ লগত বিৰোধ ।
কদাচিত নহে ভাল কৰা আত্মবোধ ॥ ২৯৫
আগ পাচ চিন্তা কৰি কাৰ্য্য আচৰিবা ।
জাৱন থাকোতে প্ৰতিজ্ঞাক নাছাৰিবা ॥

ভবিষ্যত চাই উপস্থিত কাৰ্য্য কৰে।
দুষ্ট কাৰ্য্য সমস্তক দূৰতে নিবাৰে॥ ২৯৬
তাহাঙ্ক বোলয় মন্ত্ৰী কিবা মিত্ৰজন।
মানিতে উচিত হয় তাহান বচন॥
বিশেষত ৰাজ্য ৰক্ষা প্ৰজাৰ পালন।
ন্যায় নীতি বিধানত অৰ্থ উপাৰ্জ্জন॥ ২৯৭
দুষ্টজনে গুৰুদণ্ড সুজনৰ পূজা।
ইটো ৰাজধৰ্ম্ম নীতি মানিবন্ত ৰাজা॥
দৈৱৰ কাৰণে কিবা দেৱৰ প্ৰসাদে।
যজ্ঞাদি কৰমে কিবা শত্ৰুৰ বিবাদে॥ ২৯৮
যদি অশ্ৰুপাত হয় আপোন প্ৰজাৰ।
প্ৰতিকাৰ জানা ইটো কৰ্ত্তব্য ৰাজাৰ॥
শৰণাগতক ৰক্ষা ৰাজাৰ ধৰম।
দান ব্ৰত যজ্ঞ নাহি তাহান উপাম॥ ২৯৯
যিৰাজনে হেন নীতি পালি অনুক্ষণ।
আপুনাক ৰাখি পালিৱন্ত প্ৰজাগণ॥
ইহকালে যশ মান আৰ্জ্জিব বিস্তৰ।
পৰকালে স্বৰ্গবাস শাস্ত্ৰৰ বিচাৰ॥ ৩০০
জানি বাপ লক্ষি তুমি ইটো ৰাজনীতি।
ৰাজ্য চৰ্চ্চি প্ৰজাৰ সাধিবা মন তুষ্টি॥
পূৰ্ব্বত মহাত্মা ভীষ্ম দ্ৰোণাচাৰ্য্য বীৰ।
আৰো কৃষ্ণ বাসুদেৱ বান্ধৱ তোমাৰ॥ ৩০১
হেন ৰাজধৰ্ম্ম নীতি দিলা উপদেশ।
আমিও তোমাক পুনু কহিলো বিশেষ॥
ধৰ্ম্ম অনুসৰি প্ৰজা কৰে প্ৰতিপাল।
সহস্ৰেক অশ্বমেধ কৰি যিবা ফল॥ ৩০২
হেন ফল লাভ হয় জানিবা তাহাৰ।
জানি ৰাজধৰ্ম্ম ৰক্ষা কৰা নিৰন্তৰ॥
এহিবুলি গৈলা অন্ধ গান্ধাৰী ভৱন।
বাক্যে ভৈলা পৰিশ্ৰম শয়ন কাৰণ॥ ৩০৩
শুনিয়োক সভাসদ ভাৰতৰ পদ।
শ্ৰৱণ কীৰ্ত্তনে সবে তৰিবা আপদ॥
কৰ্ম্মফলে দৈৱৰূপে বিধিৰ বন্ধন।
তাহাঙ্ক এৰাইবে হৌক সবাৰ যতন॥ ৩০৪
পৰম কৃপালু কৃষ্ণ সবাৰ আশ্ৰয়।
কৃষ্ণপদ সেৱাতে দৈৱক বিড়ম্বয়॥
এতেকতে যিৰাজনে কৃষ্ণক নভজে।
এহিমান দোষে যিটো সংসাৰত মজে॥ ৩০৫
মায়াময় বিষয়ত সুখ আশা কৰি।
অন্যায় অকাৰ্য্য কৰে ধৰ্ম্ম পৰিহৰি॥
তাৰ ফলে ৰোগ শোক নানা দুখ পায়।
জন্ম জীৱনক সৰ্ব্বক্ষণে ধিক্কাৰয়॥ ৩০৬
কৃষ্ণৰ সেৱাত মাত্ৰ মিলে মহাভাগ।
সমস্তকে স্মৰহেলি পায় মোক্ষ লাগ॥
আশ্ৰমিক পৰ্ব্ব কথা ভক্তিৰ ভাণ্ডাৰ।
জানি কৰ্ণ ভৰি নিতে শুনা নিৰন্তৰ॥ ৩০৭
শ্ৰৱণত সুমধুৰ পূৰ্ণ হৈব কাম।
বিৰচিল কালিদাস বোলা ৰাম ৰাম॥ ৩০৮

---

গান্ধাৰী আৰু ধৃতৰাষ্ট্ৰ সংবাদ ; যুধিষ্ঠিৰৰ সভালৈ বিদুৰৰ পুনৰ্গমন ; ধৃতৰাষ্ট্ৰৰ কাৰণে ধন ভিক্ষা আৰু ভীমৰ ক্ৰোধ প্ৰদৰ্শন

**পদ**

মুনি বোলে শুনিয়োক ৰাজা জন্মেজয়।
তযু পিতামহ কথা মানে উপময়॥
শ্ৰৱণত সাধিলা মনৰ মহাপ্ৰীতি।
লগতে জানিলা বহু ৰাজধৰ্ম্ম নীতি॥ ৩০৯
আৰৰ কাহিনা কহো ব্যাসৰ বচন।
অনন্তৰে কৰিয়োক কৰ্ণ ভৰি পান॥
গান্ধাৰী ভৱনে অন্ধ যেৱে গৈলা চলি।
গান্ধাৰী বোলয় বাণী কৰি কৃতাঞ্জলি॥ ৩১০
শুনা নাথ শুনন্তে সন্তোষ ভৈলা মন।
বানপ্ৰস্থ লাগি ভৈলা একান্ত যতন॥
বেদব্যাস কৃপাচাৰ্য্য দিলা অনুমতি।
যুধিষ্ঠিৰ নৃপতিৰো নাহি অসম্মতি॥ ৩১১
বিদুৰ সঞ্জয় কুন্তী মনে কাছি আছে।
কোন দিন বনক চলিবা তুমি পাচে॥

ধৃতৰাষ্ট্ৰ নিগদতি শুনা প্ৰাণ সতী।
বনমাজে চলিবাহা আমাৰ সহিতি ॥ ৩১২
নগৰত আছে যানে চাৰি জাতি প্ৰজা।
সমস্তকে আনি বাক্যে কৰিবোহো পূজা ॥
ভীষ্ম দ্ৰোণ কৰ্ণ শল্য শকুনি বাহ্লীক।
দুৰ্য্যোধন আদি কৰি পুতাই শতেক ॥ ৩১৩
সবাৰ কাৰণে দান কৰি ধন বিত।
বনক চলিবো মই পূৰ্ণিমা তিথিত ॥
হৰি হৰি বিধি মোৰ কিনো দৈৱ দোষ।
যদিবা নৃপতি অন্ধ পশুৰ সদৃশ ॥ ৩১৪
তথাপিতো অজ্ঞান বুদ্ধিত মন্দ আমি।
বলদৰ্পে সদায় ভৈলোহো মন্দকামী ॥
স্বৰূপত নাহিকে মনত ধৰ্ম্মাধৰ্ম্ম।
স্বাৰ্থৰ ইঙ্গিতে আচৰিলো মন্দ কৰ্ম্ম ॥ ৩১৫
নুবুজিলো ভগৱন্ত ভক্তিৰ মহত্ত্ব।
নুবুজিলো মনুষ্য জন্মৰ মহাতত্ত্ব ॥
এতেকতে সাধিবাক আত্মাৰ কল্যাণ।
যোগেশ্বৰ হৰি বিনা নাহি দেৱ আন ॥ ৩১৬
সেৱক বৎসল দয়াময় ভগৱন্ত।
পতিত পাৱন হৰি মহিমা অনন্ত ॥
ভগৱন্ত প্ৰসাদে তৰয় পাপী তাপী।
ভক্তি বিনা হেন কৃপা নিমিলে কদাপি ॥ ৩১৭
হেন হৰি পাৱে ভক্তি মিলিব কেমনে।
উপায় চিন্তাহা সতী আপুনাৰ মনে ॥
গান্ধাৰী বোলন্ত নাথ কহিলা নিশ্চিত।
ভক্তি বিনা নাহিকে লোকৰ মহা বিত ॥ ৩১৮
ভক্তিৰ কাৰণে বানপ্ৰস্থ পৰমাৰ্থ।
তোমাৰ প্ৰসাদে ভৈলো আমিয়ো কৃতাৰ্থ ॥
হেনমতে দুয়োজনে আৰো নানা ভাৱে।
হৰি গুণ নাম যশ কৰে গাৱে গাৱে ॥ ৩১৯
অন্নপান নুকচয় মনত অসুখে।
ভূমিতলে শয়ন কৰিলা মহাদুখে ॥
অনন্তৰে প্ৰভাতে বিদুৰ আসি পাইলা।
সমাদৰে অন্ধৰাজা আজ্ঞা আদেশিলা ॥ ৩২০
যুধিষ্ঠিৰ পাশক চলিয়ো তুমি বাপ।
আমাৰ কথাত যেন এৰয় সন্তাপ ॥
কাৰ্ত্তিক মাসত আৱে পূৰ্ণিমা তিথিত।
বানপ্ৰস্থাশ্ৰমে গৈয়া হৈবো উপস্থিত ॥ ৩২১
নগৰৰ প্ৰজামানে সবে দিয়া জ্ঞান।
সমস্তকে বোলো মই বিদায় বচন ॥
দান ব্ৰত মহাধৰ্ম্ম জানিবা লোকত।
দান ব্ৰতে নিস্তাৰয় মহা পাপী যত ॥ ৩২২
এতেকতে কূট পাশা অন্যায়ে আচৰি।
যিটো তোমাসাৰ সৰ্ব্বস্বক লৈলে কাঢ়ি ॥
নিষ্টে হৈবে সিসবৰ নৰকত বাস।
সিসবে উদ্ধাৰ হেতু কৰি মনে আশ ॥ ৩২৩
শ্ৰাদ্ধ দান আচৰিবো মনত কৌতুকে।
পাৰামানে দিয়া দান ভুমিয়ো উৎসুকে ॥
হেনয় আদেশ পাই বিদুৰ মহন্ত।
যুধিষ্ঠিৰ সভাক লাগিয়া চলিলন্ত ॥ ৩২৪
বসি আছে যুধিষ্ঠিৰ ভ্ৰাতৃ সমন্বিত।
অন্ধৰ কাৰণে শান্ত সুহিকয় চিত্ত ॥
বৰ্ণাশ্ৰম যাইবে জ্যেষ্ঠ নিশ্চিত বচন।
সিহেতু বিষণ্ণ মুখ নাহি সুস্থ মন ॥ ৩২৫
বিদুৰক দেখি সমীপক লাগি নিলা।
নিজে কুশাসন পাৰি বসিবাক দিলা ॥
অনন্তৰে স্নেহ বাক্যে ধৰ্ম্মক সাদৰি।
অন্ধৰ আদেশ বাক্য কহিলা বিবৰি ॥ ৩২৬
অন্ধৰ কামনা বুজি ধৰ্ম্ম নৃপবৰ।
বোলে ভাল আলোচিলা জ্যেষ্ঠ তাত মোৰ ॥
অৰ্জ্জুনে বোলয় মোৰো কাকুতি বচন।
কহিবা জ্যেষ্ঠক আৰো বৰিষেক মান ॥ ৩২৭
সদায় কৰোক অন্ন বস্ত্ৰ ধনদান।
ভোগ আৰো দান লাগি অৰ্থ উপাৰ্জ্জন ॥
অন্ধৰ কামনা বাক্য অৰ্জ্জুনৰ ভাষ।
ভীমৰ মনত যেন ভৈলা অসদৃশ ॥ ৩২৮
এতেক বোলন্ত ক্ৰোধে সম্মুখি পাৰ্থক।
ভীষ্ম দ্ৰোণ সোমদত্ত দ্ৰুপদ বাহ্লীক ॥

কৰ্ণ ভুৰিশ্ৰবা আদি বান্ধৱ যতেক ।
সমস্তৱে শ্ৰাদ্ধ কৰিবাক বোলা মোক ॥ ৩২৯
সবাকো তুষিবো আৰে দশ পিণ্ড দানে ।
সবে সন্তোষিত হৌক স্বৰ্গগত মানে ॥
দুষ্টমতি দুৰাশয় কৌৰৱৰ গণ ।
পাপ কৰ্ম্মে সমস্তৱে সাধিল নিৰ্য্যাণ ॥ ৩৩০
অন্নশ্চে সবাৰ ভৈলা নৰকেসে ঠাই ।
পাপীৰ সদগতি বাঞ্ছা উচিত নহয় ॥
দুৰ্য্যোধন দুঃশাসন শকুনি প্ৰভৃতি ।
পৃথিবীতে কুলাঙ্গাৰ মহা পাপমতি ॥ ৩৩১
উচ্ছন্ন ভৈলন্ত ক্ষিতি সিসবৰ পাপে ।
পুত্ৰ নাতি আমাৰো মৰিল সেহি তাপে ॥
হেন পাতকীৰ কেনে মঙ্গল বাঞ্ছস ।
নানা ক্লেশে অনন্ত নৰকে হৌক বাস ॥ ৩৩২
অল্পদিনে পাহৰিলি অবোধ অৰ্জ্জুন ।
দ্ৰৌপদীক সঙ্গে লই ভ্ৰাতৃ পঞ্চজন ॥
ত্ৰয়োদশ বৎসৰ ভ্ৰমিলো দুখ শোকে ।
আমাৰ দুখত কান্দিলন্ত সব লোকে ॥ ৩৩৩
ত্ৰয়োদশ বৎসৰে ভুঞ্জিলো ফল মূল ।
বৰিষ সমানে দিন ৰাত্ৰি পোহাইল ॥
সেহিবেলা জ্যেষ্ঠৰ পাইলা কিবা স্নেহ ।
তাঙ্ক সুমৰণ কৰি মনে মনে চাহ ॥ ৩৩৪
দুষ্টবুদ্ধি শকুনি খেলায় পাশা বাৰি ।
বসি আছে অন্ধৰাজ চিন্তা পৰিহৰি ॥
এইবাৰ কিবা লাভ বোলে বাৰ বাৰ ।
কিবা স্নেহে পাসৰিলি জ্যেষ্ঠৰ বিচাৰ ॥ ৩৩৫
ক্ৰোধৱন্ত ভীমৰ শুনন্তে হেন বাণী ।
মাথা তুলি চাহে যুধিষ্ঠিৰ মহামানী ॥
ভীমক বোলন্ত ধীৰে হেন মৃদু বাক ।
নিজ জ্যেষ্ঠপিতৃক এতেক ক্ৰোধ কিক ॥ ৩৩৬
পৰম প্ৰমত্ত ভৈলি বিষয় মায়াত ।
তোৰ কিছু ধৰ্ম্মাধৰ্ম্ম নাহি অন্তৰত ॥
এহি বুলি যুধিষ্ঠিৰ মৌন হুয়া ৰৈলা ।
ভীমক সম্বুধি পাচে অৰ্জ্জুনে বুলিলা ॥ ৩৩৭
স্বৰূপত জ্যেষ্ঠভ্ৰাতৃ পিতৃৰ সমান ।
এতেক অধিক বাক্য নকৰে শোভন ॥
তথাপিতো বোলো বাণী কৰি নমস্কাৰ ।
ধৃতৰাষ্ট্ৰ জ্যেষ্ঠ পিতৃ জানিবা আমাৰ ॥ ৩৩৮
তাহাৰ নধৰি সিটো গুণ দোষ যত ।
সৰ্ব্বভাৱে সেৱিবাক আমাৰ উচিত ॥
বিশেষত জ্ঞানীগণে জানা নিৰন্তৰ ।
দোষ এৰি গুণ লৱে সাধু ব্যৱহাৰ ॥ ৩৩৯
অন্যকৃত অপকাৰ স্মৰণ নকৰি ।
উপকাৰ সুমৰন্ত শুদ্ধ ভাৱ ধৰি ॥
ধৰ্ম্মাত্মা অৰ্জ্জুনে যেৱে এতেক বুলিল ।
শুনি যুধিষ্ঠিৰে অৰ্জ্জুনক প্ৰশংসিল ॥ ৩৪০
অনন্তৰে ধৰ্ম্মৰাজে বোলে বিদুৰক ।
শুনিয়োক খুড়া তুমি কহিবা জ্যেষ্ঠক ॥
শতপুত্ৰ ভীষ্ম দ্ৰোণ বন্ধুবৰ্গ যত ।
কৰোক সবাৰ শ্ৰাদ্ধ আমাৰ সম্মত ॥ ৩৪১
শ্ৰাদ্ধ দান কৰোক কামনা অনুসৰি ।
বুলিলা যদ্যপি ভীমে পূৰ্ব্বকষ্ট স্মৰি ॥
বনবাস কষ্টচয় নহয় বৰ্ণন ।
শীত গ্ৰীষ্ম বাত বৃষ্টি কীটৰ দংশন ॥ ৩৪২
আমাতো অধিক ভোগ কৰে বৃকোদৰ ।
ভোকে দুখে দিন ৰাত্ৰি ভুঞ্জিল নিকাৰ ॥
সিসব সুমৰি তাৰ অন্তৰত ক্ৰোধ ।
কদাপি নকৰে ভীমে আমাত বিৰোধ ॥ ৩৪৩
ক্ৰোধৰ কাৰণে বুলিলন্ত খৰ্ব্ব বাক ।
চাৰি সহোদৰে চাহি ক্ষমিয়োক তাক ॥
কৰপুটে জ্যেষ্ঠক কহিবা মোৰ বাণী ।
যতেক সম্ভাৰ এতিক্ষণে দিবো আনি ॥ ৩৪৪
ৰথ বস্ত্ৰ গজ বাজী দাস দাসীচয় ।
বস্ত্ৰ অলঙ্কাৰ আদি যতেক লাগয় ॥
জ্যেষ্ঠৰ কাৰণে খুড়া সবে হৈবো সাজ ।
কামনা সাফলি কৰিয়োক শ্ৰাদ্ধ কাজ ॥ ৩৪৫
ঋষিসকলক দান সৰ্ব্বস্ব দিয়োক ।
দুখী ভিক্ষীসকলক অন্ন ভুঞ্জায়োক ॥

দান আৰো দক্ষিণাতে খণ্ডয় দুৰ্গতি।
কৃষ্ণ ভজি অন্তকালে পাইবে মুকুতি ॥ ৩৪৬
এহি বুলি নমিলন্ত বিদুৰৰ পাৱে।
বিদুৰে আশীষ দিলাআতি স্নেহ ভাৱে ॥
ভীম আৰো অৰ্জ্জুনকো বচনে সম্ভাষি।
চলিলন্ত মহা সন্ত পৰম হৰিষি ॥ ৩৪৭
শুনিয়োক সভাসদ ভাৰতৰ পদ।
শ্ৰৱণ কীৰ্ত্তনে সাধা মুকুতি সম্পদ ॥
কলিযুগে তৰিবাৰ নাহি আন গতি।
ৰামকৃষ্ণ বুলি সবে সাধিয়ো মুকুতি॥ ৩৪৮

———

ভীষ্ম, দ্ৰোণ, দুৰ্য্যোধন আদি মৃতকসকলৰ উদ্দেশ্যে
ধৃতৰাষ্ট্ৰৰ শ্ৰাদ্ধ, দান, যজ্ঞ আৰু প্ৰজাসকলৰ
ওচৰত বিদায়

ছবি

মুনি বোলে শুভাশয় শুনা ৰাজা জন্মেজয়
পাণ্ডৱৰ চৰিত্ৰ গহন।
তাসম্বাৰ গুণচয় শ্ৰৱণে আনন্দময়
পুলকিত হয়ে তনু মন ॥
অনন্তৰে মহামতি বিদুৰে গৈলন্ত প্ৰতি
ধৃতৰাষ্ট্ৰে আগে জান দিলা।
পঞ্চভ্ৰাতৃ সবে ধৰ্ম্ম অভ্যাসিল সেৱা কৰ্ম্ম
তযু বাক্যে আনন্দ কৰিলা ॥ ৩৪৯
বোলে আজ্ঞা দিয়া মোক কহিবাক লাগে কিক
সাধিবো মনৰ যেন প্ৰীতি।
কাঞ্চন ৰজতৰাশি হয় হস্তী দাস দাসী
সমস্তয় জ্যেষ্ঠৰ সম্পত্তি ॥
সমস্ত নগৰ ছানি ৰাজাৰ অনুজ্ঞা বাণী
কহিয়োক প্ৰজাক বুজাই।
জানি সবে অভিপ্ৰায় আসিবেক সিটো ঠাই
চাৰি জাতি প্ৰজা সমুদায় ॥ ৩৫০

শুনি অন্ধ মহাৰাজ আলোচিল শ্ৰাদ্ধ কাজ
দ্বিজসবে দিলা সন্নিধান।
একাদশী তিথি চাই শ্ৰাদ্ধকৰ্ম্ম নিৰূপয়
কৰিলন্ত যতেক বিধান ॥
শ্ৰাদ্ধৰ সম্ভাৰচয় লাগে মানে যত যত
যুধিষ্ঠিৰে দিলা অনুমতি।
কাঞ্চন ৰজত বস্ত্ৰ থৈলা কৰি মহা যত্ন
আনো নানা অলেখ বিভূতি ॥ ৩৫১
বৎস সমে ধেনুচয় স্বৰ্ণ ৰত্নে মণ্ডিছয়
হয় হস্তী ৰথ অসংখ্যাত।
হেন দেখি সামৰাজে যেন কৌৰৱৰ কাজে
গৰিহা বচন নাহি তাত ॥
আতপৰে শ্ৰাদ্ধ কাজ সমাপিলা অন্ধৰাজ
নাহি কিছু মনত অসুখ।
হয় হস্তী দাস দাসী বৎস সমে ধেনুৰাশি
দিলা দান দক্ষিণা অলেখ ॥ ৩৫২
অনন্তৰে শুনা কথা প্ৰজাৰ মনত ব্যথা
অন্ধৰাজা যাইবে বনবাস।
ৰাজাৰ অনুজ্ঞা বাণী কৰি সবে কাণাকাণি
আসিলন্ত অন্ধৰ আবাস ॥
জানি অন্ধ কুৰুৰাজ ভৈলা মন্দিৰৰ বাজ
হস্তে ধৰি আনিলা গান্ধাৰী।
উভয়ৰে মুক্ত কেশ তপস্বীজনৰ বেশ
দেখি সবে সুমৰয় হৰি ॥ ৩৫৩
শৰীৰত নাহি বস্ত্ৰ কৰপুটে ধৃতৰাষ্ট্ৰ
মৃদুস্বৰে বোলে অনন্তৰ।
শুনা শুনা প্ৰজা লোক সমজ্যাৰ যত লোক
পৰম হিতৈষী কৌৰৱৰ ॥
ভীষ্ম দ্ৰোণ কৰ্ণ বীৰ আৰো শত পুত্ৰ মোৰ
আৰো যত যত বন্ধু বৰ্গ।
ৰাজা প্ৰজা আনন্দত জানিবাহা স্বৰূপত
হস্তিনাত যেন ভৈল স্বৰ্গ ॥ ৩৫৪
নিতে চতুৰঙ্গদলে ধৰণী কম্পায়া চলে
নানামতে কৰি আড়ম্বৰ।

যেন ইন্দ্ৰ দেৱৰাজ পুনু পায়া স্বৰ্গৰাজ
কৰে নিতে আনন্দ বিস্তৰ ॥
সঘনে বজাৱে ভেৰী বায়ে ঢাক ঢোল ঝুৰি
ভাট সবে পৰি কৰে স্তুতি।
নটীসবে নাচে গায় সমস্ত সমাজে চাই
আনন্দ কৰয় চতুৰ্ভিতি ॥ ৩৫৫
সামন্ত নৃপতি যত সেৱে পৰি দণ্ডৱত
কৰ ভাৰ যোগাৱে আমাক।
হেন কুৰুকুলপতি কৰিবোহো বনে গতি
ভাগ্য দোষে মিলিল বিপাক ॥
শতপুত্ৰে বন্ধুবৰ্গ সমস্তয়ে গৈলা স্বৰ্গ
নাহি মোৰ বংশে একোজন।
তথাপিতো মই মন্দ নিছিণ্ডিলো কৰ্ম্মবন্ধ
যুধিষ্ঠিৰে কৰিলা পালন ॥ ৩৫৬
দয়াৱন্ত পাণ্ডুসুত দিলা সুখ নানামত
এক মুখে নহয় বৰ্ণন।
পূৰ্ব্বতো ইহেন সুখ কদাচিতো নপাইলোহো
উৎসুকে কহন্ত মোৰ মন ॥
তথাপি জানিবা মোৰ ইসে বন্দীশাল ঘোৰ
অন্তে নৰকত হৈব বাস।
ইহাক এৰাইবে লাগি হুয়া সৰ্ব্ব সুখত্যাগী
কৃষ্ণসেৱা মনে কৰি আশ ॥ ৩৫৭
লৈলো বানপ্ৰস্থ ধৰ্ম্ম কৰি সবে নিত্যকৰ্ম্ম
সবাকো অৰ্পিবো কৃষ্ণপদে।
মহা ঋষি ব্যাসদেৱে যাৰ যশ গুণ গাৱে
যাহাক কহয় চাৰি বেদে ॥
এতেক প্ৰাৰ্থনা মোৰ শুনা সমজ্যাৰ লোক
সৰ্ব্বজনে দিয়া অনুমতি।
কৰি জল বায়ু পান কথমপি ৰাখি প্ৰাণ
সাধো গৈয়া আত্মাৰ সদগতি ॥ ৩৫৮
অন্ধৰাজ কুৰুপতি শোকে তাপে দগ্ধমতি
হুয়া যেৱে এতেক কহিলা।
শুনিলন্ত সভাসদ সবে ভৈল নিশবদ
অধোমুখে থৰকি ৰহিলা ॥

নাহি কিছু মাত বোল নপাৰন্ত পাৰকূল
অন্ধৰ দুখত দুখ পাই।
পুনু ধৃতৰাষ্ট্ৰ কয় কৌৰৱৰ গুণচয়
তোমাসাৰ অবিদিত নাই ॥ ৩৫৯
শান্তনু বিচিত্ৰবীৰ্য্য সাধিল জন্মৰ কাৰ্য্য
প্ৰজাক পালিলা ভাল কৰি।
আমাৰ ৰাজত্ব দিনে নাহি মিলে সুখ তেনে
এতেকে ক্ষমিবা দোষ এৰি ॥
মোৰ পুত্ৰ দুৰ্য্যোধন পাইলা যেৱে সিংহাসন
নিষ্কণ্টকে ভুঞ্জিল ৰাজ্যক।
সিকালতো প্ৰজা প্ৰাতি ৰাজাৰ শাসন নীতি
জানে যত সমাজিক লোক ॥ ৩৬০
অন্তত ধৰিল কালে অহঙ্কাৰ যত মিলে
দুৰ্নীতিক মানিলন্ত হিত।
তাৰ ফলে কৌৰৱৰ সবে গৈলা যমঘৰ
আনো আনো বীৰ অসংখ্যাত ॥
সিসব কাৰ্য্যক গুণি আমাৰ অকাৰ্য্য মানি
আমাৰ দোষক নধৰিবা।
একে বৃদ্ধ পুত্ৰহীন ভোগ দানে আতি দীন
জানি আৱে আমাক ক্ষমিবা ॥ ৩৬১
লগত গান্ধাৰী সতী তাৰ হেন বিসঙ্গতি
শত পুত্ৰে অনাথিনী ভৈল।
এতেকে উভয়ে মিলি কৰি পুনু কৃতাঞ্জলি
সমজ্যাত বিদায় মাগিল ॥
শোক চিন্তা মহানলে দহিলন্ত নিৰন্তৰে
নিতে চিত্ত কৰে উতপাত।
বৃথা গৈল নৰজন্ম নসাধিলো কিছু কৰ্ম্ম
সদা কৰো মই অশ্ৰুপাত ॥ ৩৬২
আমাৰ মাঙ্গল্য স্মৰি সকলে আনন্দ কৰি
দিয়া সবে আমাক মেলানি।
মদমত্ত স্বেচ্ছাচাৰী দুষ্টমতি পুত্ৰ বৈৰী
ক্ষমা কৰা যত সব প্ৰাণী ॥
ধৃতৰাষ্ট্ৰ শোক বাণী শুনি সমজ্যাৰ প্ৰাণী
সৰ্ব্বজন শোকাকুল ভৈলা।

নয়নে লোতক ঝৰি পৰিলন্ত সৰসৰি
কেহো জনে কান্দিবাক লৈলা ॥ ৩৬৩
শোকে ভৈল অভিভূত দগবগ কৰে চিত্ত
যেন কান্দিবন্ত দীৰ্ঘৰাৰে ।
বিষাদত মগ্ন হই কেহো গালে হাত লই
ধৃতৰাষ্ট্ৰ গান্ধাৰীক চাৰে ॥
শোকে দুখে দগ্ধ চিত্ত মুখত নোলায় মাত
আন্ধাৰ দেখন্ত দশোদিশ ।
মনে মনে বোলে কিনো পাণ্ডুপুত্ৰে ৰণ জিনি
ৰাজ্যত লভিব কিবা সুখ ॥ ৩৬৪
সাম্ফলিল কিবা কাজ ভৈল নাৰীৰেসে ৰাজ
জ্ঞাতি গোত্ৰ ভৈলন্ত বিয়োগ ।
তেজি স্নেহ ক্ষমা দয়া আপুনাৰ বংশ খায়া
মিলাইলা কিবা দুখ যোগ ॥
আনো যত লোকচয় বোলে বাক্য হায় হায়
পাণ্ডৱৰ কপট আচাৰ ।
মিছাত ৰটয় বাণী পাণ্ডুপুত্ৰ মহাজ্ঞানী
ধৰ্ম্মপুত্ৰ ৰাজা যুধিষ্ঠিৰ ॥ ৩৬৫
যতেক অধৰ্ম্মচয় পাণ্ডৱত প্ৰকাশয়
পাণ্ডৱেসে ধৰ্ম্মৰ বিবাদী ।
মহা মহা পাপ যত সিজিলন্ত পাণ্ডৱত
ব্ৰহ্মবধ গুৰুবধ আদি ॥ ৩৬৬

———

পদ

হেনমতে সমজ্যাৰ প্ৰজা শোক ভাৰে ।
নানা মতে পাণ্ডৱৰ নিন্দাবাদ গাৰে ॥
সমস্তৰে যেন পাণ্ডৱত কোপ মন ।
বচন নভাষে কেহো কোপৰ কাৰণ ॥ ৩৬৭
বচন সুশুনি অন্ধ পুনু বোলে বোল ।
শুনাহা ধাৰ্ম্মিক প্ৰাণ অমাত্যসকল ॥
কিবা হেতু সৰ্ব্বজনে ভৈলা নিশৱদ ।
দিন ছুটে আয়ু টুটে মিলিল প্ৰমাদ ॥ ৩৬৮

আমাৰ প্ৰমাদ জানি কৃষ্ণদ্বৈপায়ন ।
আৰো ৰাজা যুধিষ্ঠিৰ ধৰ্ম্মৰ নন্দন ॥
বনবাসে আমাক দিলন্ত অনুমতি ।
এতেকতে পত্নীসমে দুই হাত পাতি ॥ ৩৬৯
বিদায় মাগিছো মই সবাৰ কাষত ।
দিয়া দান অনুমতি বচন অমৃত ॥
পুনু পুনু শুনি ধৃতৰাষ্ট্ৰৰ বচন ।
শাম্বনামে বেদবেত্তা উত্তম ব্ৰাহ্মণ ॥ ৩৭০
উঠি কৰোযোৰে বোলে শুনা মহাৰাজ ।
পত্নীসমে যাইবা তুমি অৰণ্যৰ মাজ ॥
ইটো কাৰ্য্য সমস্ত প্ৰজাৰ যেনমত ।
তাঙ্ক বিবৰিবো আমি সবাৰ সাক্ষাত ॥ ৩৭১
যতেক কহিলা বাক্য স্বৰূপ বচন ।
প্ৰজা অনুৰাগী কৌৰৱৰ ৰাজাগণ ॥
পিতৃ মাতৃ সম প্ৰজা কৰিল পালন ।
প্ৰজাৰ অপ্ৰিয় নসাধিল দুৰ্য্যোধন ॥ ৩৭২
তথাপিত কুৰু পাণ্ডুবংশৰ বিবাদে ।
অষ্টাদশ অক্ষৌহিণী লোক নিশৱদে ॥
অষ্টাদশ দিনত সমস্ত ভৈলা ক্ষয় ।
দৈৱৰ বন্ধন ইটো জানিবা নিশ্চয় ॥ ৩৭৩
শৌৰ্য্য বীৰ্য্য পৰাক্ৰমে ইন্দ্ৰৰ সমান ।
জ্ঞান বিজ্ঞানত সাধে বিশ্বৰ কল্যাণ ॥
যম কাল ৰুদ্ৰকো নকৰে মনে ডৰ ।
তথাপি বান্ধৱ সমে ভৈলন্ত সংহাৰ ॥ ৩৭৪
সকলো দৈৱৰ খেলা জানিবা নিশ্চয় ।
দৈৱবল বিনা হেন কাৰ্য্য নঘটয় ॥
দুৰ্য্যোধন দাতাকৰ্ণ শকুনি প্ৰভৃতি ।
মিছাতে কুযশ পাইলা বুজিবা নৃপতি ॥ ৩৭৫
মিছাতেসে পাণ্ডৱৰ কুযশ ৰটয় ।
ৰাজসিংহাসন লাগি বংশক নাশয় ॥
দৈৱেসে কৰিলা জানা এতেক বিপত্তি ।
দৈৱেই পৰম বল অজান শকতি ॥ ৩৭৬
যুদ্ধৰ কাৰণে হৈব বহু বন্ধুচ্ছেদ ।
যুদ্ধৰ উদ্দেশ্যে কেনে নকৰিলা খেদ ॥

দৈৱ দোষে সমস্তৱে বিধি ভৈলা বক্ৰ।
সবাকো সংহৰি নিলা দৈৱ কালচক্ৰ ॥ ৩৭৭
আপুনি প্ৰজাৰ পিতা জ্ঞান দানে গুৰু।
দৰিদ্ৰ জনৰ কামনাৰ কল্পতৰু ॥
তোমাৰ তনয় দুৰ্য্যোধন মহামানী।
অধাৰ্ম্মিক নহয় বুলিলো নিষ্ঠ বাণী ॥ ৩৭৮
সত্য শৌচ দয়া দান পাণ্ডুৱৰ গুণ।
সৰ্ব্বভাৱে বাঞ্ছিলন্ত প্ৰজাৰ কল্যাণ ॥
আপোনাৰ আদেশত ৰাজ্যক চৰ্চ্চয়।
দুষ্টজনে দণ্ড কৰি সন্তুক ৰখয় ॥ ৩৭৯
আপুনি গঙ্গাই যাক বৰিলন্ত পতি।
যাৰ পুত্ৰ ভীষ্মদেৱ অনন্ত শকতি ॥
হেনয় শান্তনু যেৱে হস্তিনাৰ পতি।
নাহি কিছু অমঙ্গল প্ৰজাৰ বিপত্তি ॥ ৩৮০
জনক বিচিত্ৰবীৰ্য্য যেৱে মহীপাল।
সিকালেও নাহি জানা ৰাজ্যে অমঙ্গল ॥
দুৰ্য্যোধন কালেও প্ৰজাৰ সুখ যোগ।
নিষ্কণ্টকে কৰিলা বিষয় উপভোগ ॥ ৩৮১
পিতা পুত্ৰে উভয়ে সাধিলা প্ৰজা হিত।
সদা সুবিচাৰ পাইলো ৰাজাৰ সম্মিত ॥
ফল ভৰা বৃক্ষে যেন নবাঞ্চয় আন।
দীন দৰিদ্ৰক দিলা অন্ন বস্ত্ৰ দান ॥ ৩৮২
পাণ্ডুপুত্ৰে যুধিষ্ঠিৰ ৰাজ্যৰ ঠাকুৰ।
অন্যায় অধৰ্ম্ম মানে কৈলা মষিমুৰ ॥
প্ৰজাৰ মাঙ্গল্য কৰ্ম্ম কৰিলা যতেক।
আৰো হাজাৰেক বৰ্ষ পালোক প্ৰজাক ॥ ৩৮৩
ভৰত জনক আদি ৰাজৰ্ষি যতেক।
পালিলন্ত যেনমতে আপোন ৰাজ্যক ॥
যুধিষ্ঠিৰে ৰাজ্যক পালিলা সেহিমত।
প্ৰজাৰ সখিত্ব ভাৱ কৰি উপস্থিত ॥ ৩৮৪
বিদ্যা জ্ঞান গুণে অল্পমতি প্ৰজাগণ।
এতেক বচনে কৰি ৰাজাক বন্দন ॥
অনন্তৰে প্ৰণামি ৰাজাৰ দুই পাৱে।
সমস্তয়ে বোলে বাণী বিনয় স্বভাৱে ॥ ৩৮৫
বৃদ্ধ কালে বনত থাকিবা কিবা সুখে।
এতেকতে যাহা বুলি বাক্য নাহে মুখে ॥
পৰম নীতিজ্ঞ তুমি বৃদ্ধস্থিত বুদ্ধি।
যজ্ঞ ব্ৰত দানে কৰি আছা আত্মশুদ্ধি ॥ ৩৮৬
এতেকে কৰাহা কাৰ্য্য যেহেন যুগুত।
আপোনাৰ আপুনি সাধিয়ো মহা হিত ॥
শাম্বৰ মুখত শুনি এতেক যুগুতি।
পৰম সন্তোষে সবে কৰে স্তুতি নতি ॥ ৩৮৭
সৰ্ব্বজনে বোলে ভাল কহিলা যুগুতি।
অনন্তৰে কৰিয়োক যেন হয় গতি ॥
প্ৰাৰ্থিছো সবেও আমি ঈশ্বৰ পাৰত।
দুৰ্য্যোধন থাকোক বৈকুণ্ঠ ভুৱনত ॥ ৩৮৮
তুমি পূৰ্ব্বৰতে কুলধৰ্ম্ম ৰক্ষা কৰি।
লভিবা মুকুতি যেন সংসাৰক তৰি ॥
সমস্ত প্ৰজাৰ শুনি হেন অভিমত।
গান্ধাৰীৰ সহিতে ৰাজা কৰি প্ৰণিপাত ॥ ৩৮৯
পৰম সন্তোষে গৈলা গান্ধাৰী আবাস।
প্ৰজাসবো চলি গৈলা নিজ নিজ বাস ॥
আশ্ৰম বাসীৰ কথা ভাৰতৰ পদ।
শ্ৰৱণত সুমধুৰ পাপীৰ সম্পদ ॥ ৩৯০
জানি নিতে সুমৰাহা ভাৰতৰ কথা।
পাপ সমে নষ্ট হৌক বিষয়ৰ ব্যথা ॥
এতেকে হৈবন্ত আৰো তৰিবাৰ কাম।
নিৰন্তৰে ডাক ছাৰি বোলা ৰাম ৰাম ॥ ৩৯১

---

### কুন্তীৰ বৈৰাগ্য অবলম্বন আৰু পুত্ৰ-বোৱাৰীহঁতৰ প্ৰতি শান্তনা বাণী

#### দুলড়ী

মুনি বোলে বাণী শুনা নৃপমণি
অনন্তৰে পাচ কথা।
সকামী জনৰ দুখ নোহে দুৰ
সুগুচয় শোক ব্যথা ॥

যুধিষ্ঠিৰ হেন ধৰ্ম্ম নৃপতিকো
আপদেসে গিলিলেক।
জানি তুমি ৰাজা নিষ্কাম কৰমে
আত্ম হিত চিন্তিয়োক ॥ ৩৯২
অন্ধ নৰপতি গান্ধাৰী সহিতি
বনক কৰিবে গতি।
শুনন্তে কুন্তীৰ চিত্ত তোলপাৰ
বনবাসে ভৈল মতি ॥
মনত গুণয় শুক্লপক্ষ ক্ষয়
মিলিল পূৰ্ণিমা আসি।
সেহিদিনা মাৱে প্ৰাতস সময়ে
স্নানক কৰি হৰিষি ॥ ৩৯৩
দ্ৰৌপদী সুভদ্ৰা প্ৰতি বধূগণে
বোলে নকৰিবা শোক।
ভোগ পৰিহৰি বানপ্ৰস্থ ধৰি
চলিবো আমি বনক ॥
ধন্য মাদ্ৰী সতী তেজি পুত্ৰ প্ৰীতি
পতিৰ সঙ্গে চলিলা।
কিনো অপৰাধে সিটো মহাধৰ্ম্মে
আমাক বঞ্চিত কৈলা ॥ ৩৯৪
মিলিল বিঘাত পুত্ৰৰ লগত
পৰিহৰি হস্তিনাক।
নিতে ভিক্ষা কৰি উদৰ পুষিলো
মোৰ জন্ম ধিক ধিক ॥
দ্ৰৌপদীক পাই আসিলো ই ঠাই
পুত্ৰে পাইলা পিতৃৰাজ।
পুনু ইষ্টগণে কূট পাশা খেলি
পঠাইলা বনৰ মাজ ॥ ৩৯৫
বিদুৰ গৃহত থাকিলো অকলে
চিন্তায়ে দেহ শুষিলা।
ত্ৰয়োদশ বৰ্ষ যেন কালসৰ্প
আমাক দংশন কৈলা ॥
ত্ৰয়োদশ বৰ্ষ কৌৰৱৰ হৰ্ষ
মদ মোহে মতি ছন্ন।

পঞ্চখানি গ্ৰাম পুত্ৰক নিদিলা
মৰিলন্ত পুত্ৰে কৰ্ণ ॥ ৩৯৬
অশ্বত্থামা ভাল ভৈলা মহাকাল
নাতি সবে নিলা মাৰি।
কিবা মহাপাপে এতমান তাপে
মই আছো প্ৰাণ ধৰি ॥
এহি বুলি দেৱী আপুনাৰ সুখে
তপস্বিনী বেশ লৈলা।
কান্ধে কন্থা খান হাতে কমণ্ডলু
গলত তুলসী মালা ॥ ৩৯৭
দেখি বধূগণ কান্দিবে লাগিলা
মনে মহাশোক পাই।
মুচি চক্ষু পানী বোলে হেন বাণী
শুনা আমাসাৰ আই ॥
জগতৰে নীতি তনয়া সকলে
মাৱক তেজিবে লাগে।
আমি স্বামী ভজি নিজ মাৱ তেজি
মাৱ পাইলো বৰ ভাগে ॥ ৩৯৮
আচৰিলো দোষ নকৰাহা ৰোষ
বোধ দিয়া নানা ভাৱে।
তনয় সকলে যদি ৰোষ ধৰে
নিয়া আপুনাৰ গাৱে।
আজি কিবা দোষে হেন চেনেহৰ
তনয় সবক এৰি।
বনবাসে যাইবা বনত থাকিবা
তাপসীৰ বেশ ধৰি ॥ ৩৯৯
ইসে বৰ দুখ বয়সত বৃদ্ধ
কিছু কৰ্ম্মে শক্য নাই।
কোনে দিব মাত কোনে দিব ভাত
তোমাৰ অৱস্থা চাই ॥
আধি ব্যাধি ভৈলে কোনেনো শুশ্ৰুষা
কৰিব যত্নে তোমাৰ।
জানি বনবাস নকৰিবা আশ
মিলিব দুখ অপাৰ ॥ ৪০০

তোমাৰ নন্দন কৰি মহা ৰণ
পাইলা সবে অধিকাৰ।
তুমি ভাগ্যৱতী যেন মহীপতি
চৰণ সেৱে তোমাৰ ॥
যদি ধৰ্ম্মে মন পূজা ব্ৰত দান
কৰিয়োক গৃহে ৰহি।
পুত্ৰৰ আগত শৰীৰ পৰোক
আমাৰ কামনা এহি ॥ ৪০১
হেনমতে নানা কাৰুণ্য বচন
কহিলন্ত বধূগণ।
শুনি কুন্তী মাৰ নকাঢ়িলা ৰাৱ
বনেসে যেন ধিয়ান ॥
আগক চাহন্তে পাৱ বঢ়াইলা
দ্ৰৌপদী পৰিল পাৱে।
আন বধূ যত লোটায়া ভূমিত
কান্দিলন্ত দীৰ্ঘৰাৱে ॥ ৪০২
কান্দনৰ ৰোল সাগৰ কল্লোল
শুনিলন্ত যুধিষ্ঠিৰ।
চাৰি ভ্ৰাতৃসমে লৰৰি আসিল
জানি হেন অথন্তৰ ॥
আসি পঞ্চভ্ৰাতৃ অষ্টাঙ্গে পৰিল
জননীৰ চৰণত।
মকমকি কৰি কান্দিব লাগিল
অস্থিৰ ভৈল শোকত ॥ ৪০৩
পুত্ৰৰ ক্ৰন্দনে কুন্তীয়ো কান্দিলা
পৰয় লোতক ঝৰি।
পাচে কতোক্ষণে কিছু সন্ধুকিয়া
নিজ আত্মা স্থিৰ কৰি ॥
যুধিষ্ঠিৰে চাই বচন তেজয়
শুনা ধৰ্ম্মপুত্ৰ বাপ।
যত ধৰ্ম্মাধৰ্ম্ম জানি তুমি মৰ্ম্ম
এৰিয়োক মনস্তাপ ॥ ৪০৪
তোৰ বৈৰী যত নাহি ত্ৰিলোকত
সবাকো গৈলা মৰি।
নিষ্কণ্টক ৰাজ্য ভোগক ভুঞ্জাহা
কৃষ্ণপদ হৃদি ধৰি ॥
কৰ্ণ মহাবীৰ জেষ্ঠ্য ভ্ৰাতৃ তোৰ
মৰিল আমাৰ দোষে।
তাহাৰ কাৰণে নিতে দিয়ো দান
গতি হৌক স্বৰ্গবাসে ॥ ৪০৫
দ্ৰৌপদী দেৱীৰ অপ্ৰিয় কৰম
নকৰিবা কদাচিত।
বসন ভূষণে নাৰী সমস্তক
ৰাখিবা সন্তুষ্ট চিত্ত ॥
পাৰ্থ বৃকোদৰ নকুল সুন্দৰ
সহদেৱ তোৰ ভাই।
একক্ষণ মানে যাহাঙ্ক নেদেখি
মোৰ দণ্ডে যুগ যায় ॥ ৪০৬
সিসবক ফৰি যাওঁ আজি ধৰি
অৰণ্যে মৰিবো বনে।
আতিশয় স্নেহে পালিবা সবাক
জগতত থাকা মানে ॥
জানা স্বৰূপত , উত্তৰাৰ সুত
ৰহিল পুণ্যৰ ফলে।
গৰ্ভত থাকন্তে যাক গ্ৰাসিছিল
ব্ৰহ্মঅস্ত্ৰ মহাকালে ॥ ৪০৭
সদায় তাহাত ৰাখা দৃষ্টিপাত
শিক্ষা দিবা ভাল কৰি।
আজি ধৰি বাপ তুমিসে ভৈলাহা
কুৰুকুল অধিকাৰী ॥
পৰম মঙ্গল হওক সবাৰ
হৌক বহুতৰ সুখ।
আমাৰ কাৰণে কায় বাক্য মনে
নকৰিবা অসন্তোষ ॥ ৪০৮
এহি বুলি দেৱী সজল নয়নে
চাহন্ত কটাক্ষ কৰি।
দেখা মহন্তৰো মিলে মহাখেদ
সংসাৰ যাতনা পুৰী ॥

ইটো দেহ গোট পৰিয়া ৰহয়
বল দৰ্প হয় চূৰ।
দুৰ্জ্জয় কালৰ হাতত সমস্তে
ক্ষণে যায় যমপুৰ ॥ ৪০৯
নিৰন্তৰে লোক কৰে মহাশোক
বোলে এৰি গৈলা মোক।
হৰি হৰি বিধি মায়া কিনো নিধি
দেখিয়া নেদেখো তাক ॥
শাস্ত্ৰ গুৰু মত সমস্ত কণ্ঠত
শুনিয়ো নুশুনো কাণে।
যদি ৰাজা পাতে তথাপিতো নাটে
যত কাল জীওঁ মানে ॥ ৪১০
মায়া কিনো জাল মায়া কিনো কাল
বুজা সভাসদ লোক।
নিশ্চেষ্ট স্বৰূপে মায়াত থাকিলে
উদ্ধাৰিবা আপুনাক ॥
ভণে কালিদাস এহিমানে আশ
কৃষ্ণৰ পদ সৰ্ব্বথা।
কৃষ্ণ গুণ নাম শ্ৰৱণ কীৰ্ত্তনে
খণ্ডোক আপদ ব্যথা ॥ ৪১১

---

পদ

মুনি বোলে শুনা পৰীক্ষিতৰ নন্দন।
জননী কুন্তীৰ পাই হেন সম্ভাষণ ॥
ধৰ্ম্ম পৰায়ণ ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ।
শোক শৰঘাৰে যেন ভৈলেক অস্থিৰ ॥ ৪১২
মৌন ভাৱে ক্ষণ কাল মাম চিন্তা কৰি।
অনন্তৰে বোলে বাক্য ফোকাৰি ফোকাৰি ॥
তুমি তেজা পুত্ৰ মাতৃ ই কিনো বিশেষ।
যাৰ ভ্ৰাতৃ পুত্ৰ ভৈলা কৃষ্ণ হৃষীকেশ ॥ ৪১৩
আমাৰ জননী তুমি গোসানী বিশেষ।
তোমাৰ মুখত পাই উৎসাহ অশেষ ॥
অস্ত্ৰ ধৰি যুদ্ধক সাজিলো সমদলে।
দ্বিজ গুৰু বান্ধৱকো মাৰি বাহুবলে ॥ ৪১৪
ৰাজ্য লাভ কৰিলো ভৈলন্ত অভিষেক।
এৰে কিবা অভিপ্ৰায় চলিবা বনক ॥
ৰাজভোগ যতেক তোমাৰ আছে মিলি।
পুত্ৰৰ সন্তাপ হৈব যদি যোৱা চলি ॥ ৪১৫
অনন্তৰে ভীমে বোলে প্ৰণামি কুন্তীক।
পাইলো ৰাজ সিংহাসন ঐশ্বৰ্য্য যতেক ॥
ভোগ কৰিবাক লাগে যাৰে থাকে প্ৰাণ।
কিবা হেতু ভৈলা মাৰ বনবাসে মন ॥ ৪১৬
থাকে যদি বনবাস তোমাৰ আশয়।
আমাক দিলাহা কিবা যুদ্ধে উদগাই ॥
আমাৰ কাৰণে বীৰ শূন্য ভৈল ক্ষিতি।
পুত্ৰক তেজিবা তুমি পাই কিবা নীতি ॥ ৪১৭
অৰ্জ্জুনে বোলন্ত মাৰ শুনা মোৰ বাণী।
ক্ষত্ৰিয়ৰ মাতৃ তুমি ক্ষত্ৰিয় ৰমণী ॥
ক্ষত্ৰিয়ৰ নৰনাৰী আছে যত জন।
অসঙ্গতে নছাৰয় ভোগ দয়া দান ॥ ৪১৮
বিশেষত পুত্ৰ হেতু মাতৃৰ সুভাৰ।
ইকাৰণে পিতৃতো অধিক পূজ্য মাৰ ॥
ধন জন পাই লোকে ভাগ্যক বখানে।
আমাক তেজিবা তুমি কিবা কৰ্ম্ম গুণে ॥ ৪১৯
সহদেৱ নকুলে যুৰিলা দুই হাত।
আই আই বুলি ছুয়ো পাৰে দিলা মাথ ॥
ফোকাৰি ফোকাৰি বোলে মৃদু মৃদু স্বৰ।
শুনা আই বাক্য দুৰ্ভগীয়া তনয়ৰ ॥ ৪২০
বনত থাকিয়া পিতৃ গৈল পৰলোক।
মাৰ মাদ্ৰী গৈলা সতী নেৰিলা স্বামীক ॥
আতি শিশুমতি আমি জানা সব তুমি।
এবে বীৰপুত্ৰ বুলি পৰিচিত আমি ॥ ৪২১
এতেকে আমাক তেজি যদি বনে যাইবা।
আমাৰ শুশ্ৰূষা মাতৃ বঞ্চিত কৰিবা ॥
মাতৃৰ বিয়োগ শোকে মহাদুখ পাই।
হেনমতে পুত্ৰগণে নানা বিনায়য় ॥ ৪২২

তথাপি কুন্তীৰ যেন চিত্ত নলৰিল।
পুত্ৰৰ সান্ত্বনা লাগি বচন তেজিল ॥
শুনা শুনা পুত্ৰগণ স্বৰূপ বচন।
নকৰিবা শোক দুখ শান্ত হৌক মন ॥ ৪২৩
লক্ষ নৃপতিক জিনি দ্ৰৌপদীক পাই।
হস্তিনাক আসি ইন্দ্ৰপ্ৰস্থে লৈলা ঠাই ॥
নিৰ্ম্মিলা নগৰ ময়দানৱক আনি।
ঐশ্বৰ্য্য বৈভৱ ভৈলা কুবেৰক জিনি ॥ ৪২৪
কৃষ্ণৰ আদেশে মানি আপুনাৰ হিত।
কৰিলাহা ৰাজসূয় যজ্ঞ বিপৰীত ॥
তোহোৰ সম্পদ দেখি মনে চমকিত।
সহিবাক নপাৰিল অন্ধৰাজ সুত ॥ ৪২৫
কপট পাশাক খেলি সৰ্ব্বস্ব হৰিল।
ত্ৰয়োদশ বৰ্ষ লাগি বনবাস দিল ॥
বনবাস অন্ত যেৱে ৰাজা দুৰ্য্যোধন।
দুষ্টগণে আলোচিয়া কৰিলন্ত পণ ॥ ৪২৬
বেজীৰ আগত মাটি যত খানি ৰব।
বিনা যুদ্ধে পাণ্ডুপুত্ৰ তাহাঙ্ক নাপাব ॥
ধৰ্ম্মৱন্ত যশৱন্ত বিখ্যাত ভুৱন।
মহাত্মা পাণ্ডুৰ পুত্ৰ তোৰা পাঞ্চজন ॥ ৪২৭
জ্যেষ্ঠ ভ্ৰাতৃ যুধিষ্ঠিৰ মহা মান্যবান।
ইন্দ্ৰতুল্য প্ৰভাৱ সম্পন্ন যিটো জন ॥
অনন্ত নাগৰ সম পৰাক্ৰমশালী।
যাৰ ভ্ৰাতৃ বৃকোদৰ মহা বাহুবলী ॥ ৪২৮
যুদ্ধে মহা ধনুৰ্দ্ধৰ বাসৱ সদৃশ।
যাৰ ভ্ৰাতৃ ধনঞ্জয় বন্ধু হৃষীকেশ ॥
হেন পুত্ৰগণে মোৰ হই শত্ৰু বশ।
কেনমতে থাকিলন্ত দাসৰ সদৃশ ॥ ৪২৯
হেনয় পুত্ৰৰ যশহানি কিবা নাশ।
পিতৃ মাতৃ নসহয় বুজিবা বিশেষ ॥
এতেকে বুলিলো মই কৃষ্ণবাক্য ধৰা।
যুদ্ধ কৰি আপুনাৰ ৰাজ্যক উদ্ধাৰা ॥ ৪৩০
বালক নকুল সহদেৱ শিশুমতি।
পৰ অন্নে পালিলো গৃহত হই স্থিতি ॥

অশুদ্ধা কৃষ্ণাক বামহাতে কেশে ধৰি।
দুষ্ট দুঃশাসনে সমাজক নিলা ধৰি ॥ ৪৩১
দ্ৰুপদনন্দিনী কৃষ্ণা সভাৰ মাজত।
পাইলা যেন অপমান জগতে বিদিত ॥
ইটো শোক দুখ মোৰ মনে নুভুলয়।
শয়ন ভোজন স্নানে সৰ্ব্বথা জাগয় ॥ ৪৩২
এতেকে বুলিলো মই সেহি মহাতাপে।
তোমাসাৰ বলদৰ্পে ত্ৰিভুবন কাম্পে ॥
কি কাৰণে ৰাজ্য তেজি থাকিবা বনত।
শত্ৰুক সংহাৰ কৰি লোৱা ৰাজ্যপাট ॥ ৪৩৩
সেহিকালে দুঃশাসন দুৰ্য্যোধন বোলে।
একবস্ত্ৰা দ্ৰৌপদীৰ ধৰি কেশমূলে ॥
সভাৰ মাজত আনি গৰিহা কৰিলা।
কৌৰৱৰ নাশ হেতু ভীমে সত্য কৈলা ॥ ৪৩৪
সেহি দিনে জানিলো কৌৰৱ ভৈলা ক্ষয়।
কৌৰৱত মিলিলন্ত অপায় প্ৰলয় ॥
এতেকে কহিলো যুদ্ধ কৰা পুত্ৰচয়।
যথা ধৰ্ম্ম তথা জয় হৈবন্ত নিশ্চয় ॥ ৪৩৫
এতেকে তোমাৰ পিতৃ পিতামহ যত।
আছিলন্ত যেন ৰাজধৰ্ম্ম অনুগত ॥
হেনমত ধৰ্ম্ম ৰক্ষা কৰা পুত্ৰগণ।
তেৱেসে সাফল হৈব জনম জীৱন ॥ ৪৩৬
বলৱন্ত ৰাজা যদি দুৰ্ব্বল দেখায়।
দয়াৱন্ত দাতাৱন্ত সকলোতে হয় ॥
স্বৰূপে দুষ্কৰ্ম্ম ইটো ক্ষত্ৰিয়জনৰ।
ধৰ্ম্ম আৰো কীৰ্ত্তি নাশ কৰয় বংশৰ ॥ ৪৩৭
এতেকে কৰিলো মই উৎসাহ প্ৰদান।
যুদ্ধ কৰা পুত্ৰগণ কৰি আত্ম পণ ॥
স্বামী যেৱে নৰেশ্বৰ মোৰ মহা যোগ।
নানামতে ভুঞ্জিলো নানান উপভোগ ॥ ৪৩৮
ভোগৰ কাৰণে মোৰ নাহি আকিঞ্চন।
ভোগক বঞ্চিলো মই পুত্ৰৰ কাৰণ ॥
কৃষ্ণৰ প্ৰসাদে মনোৰথ সাফলিল।
বন্ধুবৰ্গ সমে ৰাজ্য ভুঞ্জা বহুকাল ॥ ৪৩৯

বৈৰাগ্য মিলিল মোৰ এতেক কামনা।
পৰিহাৰ কৰি বৃদ্ধ সুখৰ বাসনা॥
সুখ দুখ ক্ষুধা তৃষ্ণা একোকে নলখি।
হৃদয়ৰ আত্মা হৰি তাহাঙ্ক উপাসি॥ ৪৪০
মাহাত্মা পাণ্ডুৰ থান মোৰ লাভ হৌক।
দিয়া অনুমতি সবে সন্তোষি মাতৃক॥
শুনা ৰাজা জন্মেজয় পুনু যেন বাণী।
এহিবুলি দয়াৱতী পাণ্ডৱজননী॥ ৪৪১
পুনু পুনু পুত্ৰমুখ কৰি নিৰীক্ষণ।
সজল নয়নে বোলে কাৰুণ্য বচন॥
আমাৰ কাৰণে যেন পুত্ৰ নিলা যমে।
অনাথ ভৈলন্ত ৰাজা গান্ধাৰীৰ সমে॥ ৪৪২
এতেক দোষৰ হেতু মনে বাঞ্ছিলেক।
বনবাসে অন্ধৰাজ আৰো গান্ধাৰীৰ্ক॥
একান্তে শুশ্ৰূষা কৰি দোষ শুজাইব।
মোৰ কুখিয়াতি যেন লোকে নাথাকিব॥ ৪৪৩
এতেকতে মাৰৰ সকলো কথা গুণি।
পৰম আনন্দে দিয়া মাৰক মেলানি॥
গান্ধাৰী অন্ধৰ সমে থাকি বনবাস।
পূৰ্ণ হৌক অন্তৰৰ মোৰ মহা আশ॥ ৪৪৪
বিদায় কালত নেদেখিলো কৃষ্ণ বাপ।
যাৰ বাক্যে সদায় খণ্ডিল শোক তাপ॥
যদি পুনু আসে কৃষ্ণ হস্তিনা নগৰ।
মোৰ স্নেহ আশীৰ্ব্বাদ কহিবা বিস্তৰ॥ ৪৪৫
পৰম বান্ধৱ কৃষ্ণ সদায় মানিবা।
কায় মন বাক্যে কৃষ্ণ প্ৰীতি নছাৰিবা॥
এহি বুলি অনন্তৰে পাণ্ডৱজননী।
অন্ধৰ পাশক চলে মহালাভ জানি॥ ৪৪৬
মাৰৰ বিয়োগে হুই শোকত অস্থিৰ।
পাচে পাচে চলিলন্ত ৰাজা যুধিষ্ঠিৰ॥
ধৰ্ম্মৰ পাচত চলে ভ্ৰাতৃ চাৰিজন।
দ্ৰৌপদী সুভদ্ৰা আদি যত নাৰীগণ॥ ৪৪৭
দেখি নগৰৰ লোকে কৰে হায় হায়।
বোলে কিবা হেতু কুন্তী বনক চলয়॥
শুনিয়োক সভাসদ ভাৰতৰ কথা।
শ্ৰৱণে কীৰ্ত্তনে খণ্ডে সংসাৰৰ ব্যথা॥ ৪৪৮
শ্ৰৱণত সুখ আতি তৰায় আপদ।
অন্তকালে সৰ্ব্বসুখে মিলে মোক্ষ পদ॥
পৰলোক লাগি চিত্তে উপজয় কাম।
বিৰচিল কালিদাসে বোলা ৰাম ৰাম॥ ৪৪৯

—০—

### গান্ধাৰী, সঞ্জয়, বিদুৰ আৰু কুন্তীৰ সৈতে ধৃতৰাষ্ট্ৰৰ বনগমন আৰু শতযূপ ৰাজৰ্ষিৰ আশ্ৰমত স্থিতি

ছবি

বৈশম্পায়ন মুনি কয় শুনা ৰাজা জন্মেজয়
ধৃতৰাষ্ট্ৰ বৃদ্ধ মহীপাল।
পাত্ৰ মিত্ৰ প্ৰজাচয় সমস্তৰে বাক্য লই
বিমৰিষে বনক ওলাল॥ ৪৫০
অনন্তৰে প্ৰভাতত মিলিল পূৰ্ণিমা তিথি
জানি প্ৰত্যুষতে কুৰুপতি।
কৰি স্নান আচমন দিলন্ত বিবিধ দান
দ্বিজসবে লৈলা হাত পাতি॥ ৪৫১
সঞ্জয় বিদুৰ দুই তাপসৰ বেশ লই
আসি পাইলা ধৃতৰাষ্ট্ৰ কাষ।
গান্ধাৰীক বোলে বাণী বিদায় দিয়োক দেৱী
ঝাণ্টে চলি যাওঁ বনবাস॥ ৪৫২
সেহি সময়ত জানা ত্বৰিত গমনে আহি
কুন্তী পাণ্ডৱৰ নিজ মাৰে।
পাণ্ডৱক প্ৰবোধিয়া আনন্দে লাখুটি লই
আসি প্ৰণামিলা অন্ধ পাৰে॥ ৪৫৩
বুলিলন্ত বাক্য সতী আতি সকৰুণ মতি
শুনা হেৰা দেৱ কুৰুপতি।
বনক কৰিবা গতি শুনি ভৈল মোৰ মতি
অনন্তৰে দিয়া অনুমতি॥ ৪৫৪
শুনি ধৃতৰাষ্ট্ৰ কয় শুনা দেৱী স্নেহময়
আপোনাৰ কুশল কাৰণে।

বনে যাইব যিবাজনে তাঙ্ক গৰিহিব কোনে
চলিয়োক আপুনাৰ মনে ॥ ৪৫৫
অন্ধৰ আশীষ কথা পাই খণ্ডি মন ব্যথা
কুন্তী বৈলা গান্ধাৰীৰ পাশ।
গান্ধাৰী কুন্তীক পাই হৰিষৰ পাৰ নাই
স্নেহ বাক্যে দিলন্ত আশীষ ॥ ৪৫৬
হেনমতে পাণ্ডুজনে অন্ধৰ আবাস স্থানে
মিলে সবে নাই ভেদমতি।
চলিলা বনক প্ৰতি এৰিয়া গৃহৰ প্ৰীতি
বিদুৰ হইলা দলপতি ॥ ৪৫৭
গান্ধাৰী কান্ধত ধৰি কুৰুপতি গৈলা চলি
দেখি হস্তিনাৰ প্ৰজাচয়।
কান্দন্তে থাকিল চাই সবে বোলে হায় হায়
কিনো ভৈলা অন্ধৰ বিলাই ॥ ৪৫৮
যুধিষ্ঠিৰ পাণ্ডু ভাই নাৰীগণ সঙ্গে লই
সিবেলাত সিস্থানক পাই।
শোকত অস্থিৰ হিয়া কান্দে নানা বিলাপিয়া
মহাদুখে উদিশ নপাই ॥ ৪৫৯
ভূমিত লোটায়া গাৱ স্ত্ৰীসবে পাৰে ৰাৱ
কৈক যাহা পুত্ৰগণ এৰি।
ৰাজ্য ধনে কৰি আশ সাধিলন্ত সৰ্ব্বনাশ
শূন্য ভৈল হস্তিনা নগৰী ॥ ৪৬০
শুনি হেন শোক বাণী অন্ধৰাজে মনে গুণি
বোলে পাণ্ডুৰ মাৰে চাই।
শুনা পাণ্ডুৰ মাই পুত্ৰসবে নেতেজয়
তুমি কেনে তেজা মাৱ হই ॥ ৪৬১
কান্দে পুত্ৰবধূচয় শুনি প্ৰাণে নসহয়
যেন পিতৃ মাতৃ গৈলা মৰি।
এতেকতে মহাসতী এৰা বনবাস মতি
গৃহে থাকি চিন্তিয়োক হৰি ॥ ৪৬২
এহি বুলি অন্ধৰাজ চিন্তি আপুনাৰ কাজ
বোলে বিদুৰক চলা চলা।
ধৰি অৰণ্যৰ পথ চলিলন্ত মহাৰথ
পাচে পাচে কুন্তীও লৰিলা ॥ ৪৬৩
পাণ্ডুপুত্ৰ পাণ্ডু ভাই কান্দন্তে থাকিল চাই
প্ৰজাসবো ভৈলা নিশৱদ।
শুনা সমাজিক জন অসাৰ সংসাৰ ধন
সমস্ততে মিলয় আপদ ॥ ৪৬৪
নিশ্চয় বুজিবা আৰু বিষয় বিষৰ লাৰু
যৌৱন জীৱন স্বপ্ন সম।
কিনো মহা অন্ধ আমি তথাপি শাশ্বত মানি
তিলেকো নছাৰো আশাকাম ॥ ৪৬৫
অভিমান দম্ভ দ্বেষ লোভ মোহ কাম ক্ৰোধ
কুত্তা কামুৰায় নানা ভাৱে।
তাৰ বিষ জ্বালা পাই কিছু সুখ শান্তি নাই
দুখৰ উপৰি দুখ হোৱে ॥ ৪৬৬
জানি হৰিনাম স্মৰা আন চিন্তা পৰিহৰা
হৌক ভক্তি হৰিৰ চৰণে।
হৰি সেৱা মনে আশ বিৰচিল কালিদাস
হৰি হৰি বোলা সৰ্ব্বক্ষণে ॥ ৪৬৭

---

একাৱলী

মুনি বোলে শুনা তুমি নৃপতি।
হেনমতে তেজি লোকৰ প্ৰীতি ॥
নগৰক এৰি কৌৰৱপতি।
অৰণ্যক লাগি কৰিল গতি ॥ ৪৬৮
মনত মিলিল যেন উল্লাস।
পুছন্ত অন্ধই ক্ষেত্ৰৰ দিশ।
কোন দিশে কোন তীৰ্থৰ স্থান।
সুধি পুছি পাচে কৰে গমন ॥ ৪৬৯
হেনমতে যেবে উত্তৰে যান্ত।
পাইলা গঙ্গাতীৰ বন সুশান্ত ॥
বনত আছে চাৰি জাতি লোক।
আসি সম্ভাষিল সবে অন্ধক ॥ ৪৭০
ঋষি মুনি দ্বিজসবক পাই।
অতি কুতূহলী কৌৰৱৰায় ॥

সবাকো অৰ্চ্চিলা প্ৰণতি কৰি।
আশীষ মাগিল চৰণে ধৰি ॥ ৪৭১
অনন্তৰে গঙ্গা তীৰত ৰই।
পথশ্ৰম ক্লান্ত দুখ এৰাই ॥
স্নান কৰি সন্ধ্যা কৰিলা ৰঙ্গে।
অনন্তৰে নানা কথা প্ৰসঙ্গে ॥ ৪৭২
ৰাত্ৰি বঞ্চিলন্ত গঙ্গাৰ পাৰ।
প্ৰভাতত যেবে গৈল আন্ধাৰ ॥
পাঞ্চজনে কৰি গঙ্গাত স্নান।
সন্ধ্যা উপাসনা কৰিল্ল যেন ॥ ৪৭৩
সন্ধ্যাৰ শেষত অন্ধ নৃপতি।
হোম জ্বালি দিলা ঘৃত আহুতি ॥
বিদুৰ সঞ্জয় উভয়ে মিলি।
আনিলন্ত ফল বন বিচাৰি ॥ ৪৭৪
হোমৰ শেষত দেৱ প্ৰসাদে।
ভুঞ্জিলন্ত ফল আতি আহ্লাদে ॥
ফল ভুঞ্জি পাচে কথা প্ৰকটি।
বিদুৰৰ বাক্যে কৌৰৱপতি ॥ ৪৭৫
গৈলন্ত পথ কুৰুক্ষেত্ৰ লাগি।
যৈত নিবসয় পৰম যোগী ॥
ৰাজৰ্ষি শতযূপ মহামতি।
তাহান আশ্ৰমে ভৈলন্ত স্থিতি ॥ ৪৭৬
কেকয় ৰাজাৰ তেহো নৃপতি।
পুত্ৰক সমৰ্পি ৰাজ্য সম্পত্তি ॥
বানপ্ৰস্থ ধৰি বৈৰাগ্য মতি।
থাকিলন্ত তৈত আশ্ৰম পাতি ॥ ৪৭৭
অনুযায়ী সঙ্গে অন্ধ নৃপতি।
মহাৰঙ্গে তৈত বঞ্চিলা ৰাতি ॥
অনন্তৰে যেবে প্ৰভাত ভৈলা।
গঙ্গাত স্নানিয়া সন্ধ্যা কৰিলা ॥ ৪৭৮
পাচে শতযূপ ঋষিৰ সঙ্গে।
ব্যাসৰ আশ্ৰমে গৈলন্ত ৰঙ্গে ॥
দেখি ব্যাসঋষি সবে সাদৰি।
দিলা কুশাসন আপুনি পাৰি ॥ ৪৭৯

ব্যাসক প্ৰণামি ভূমিত পৰি।
বসিলন্ত সবে আনন্দ কৰি ॥
অনন্তৰে বোলে অন্ধ নৃপতি।
শুনা মহাঋষি কহো মিনতি ॥ ৪৮০
শোক সমুদ্ৰত নপাই পাৰ।
ভৈলন্ত বিকল চিত্ত আমাৰ ॥
আত্মাই কৃপায়ে বুলিলা বাণী।
তেজিয়োক গৃহ বৈৰাগ্য আনি ॥ ৪৮১
যতেক বিষয় সবে সপোন।
জল বুদ বুদ যত জীৱন ॥
ইটো কথা জানি পৰম জ্ঞানী।
কৰে তপ ব্ৰত সন্ন্যাস আনি ॥ ৪৮২
সিসব কথাক শাশ্বত মানি।
আসিলো বনক কিছু নজানি ॥
কৃপালেসে সিদ্ধি হৌক কামনা।
পূৰ্ণ হৌক মোৰ প্ৰিয় বাসনা ॥ ৪৮৩
ব্যাস নিগদতি কৰিলা ভাল।
খণ্ডিলা গৃহৰ মায়া জঞ্জাল ॥
কিন্তু দীক্ষা হীনে নসাধে কাজ।
জানিবা দীক্ষাই ধৰ্ম্মৰ ৰাজ ॥ ৪৮৪
বস্তিৰ অভাৱে গৃহ আন্ধাৰ।
লক্ষিব নোৱাৰি গৃহ সম্ভাৰ ॥
বুজিবা সিমত ধৰ্ম্মৰো ভাৱ।
নভজিলা ইটো গুৰুৰ পাৱ ॥ ৪৮৫
তপ ব্ৰত ধ্যান যতেক বিধি।
একোৱে প্ৰকাৰে নহয় সিদ্ধি ॥
হেন জানি সবে লোৱা শৰণ।
তেৱেসে সবাৰ হৈব কল্যাণ ॥ ৪৮৬
শুনি অনন্তৰে আতুৰ ভাৱে।
সবে পৰিলন্ত ব্যাসৰ পাৱে ॥
অনন্তৰে ব্যাস সদয় হই।
দিলা দীক্ষামন্ত্ৰ কৰ্ণত কই ॥ ৪৮৭
বুলিলন্ত ব্যাস পাচে হৰিষি।
শুনাহা বাণী অন্ধৰাজ ঋষি ॥

শতযূপৰ থাকি আশ্ৰমত।
অৰণ্য বিধি কৰি সাৰোগত ॥ ৪৮৮
তান উপদেশে ধৰি সমাধি।
সংসাৰ ব্যাধিৰ খোৱা ঔষধি ॥
যতেক সংসাৰ মায়া ৰচনা।
গোখোজে তৰিবা নিশ্চয় জানা ॥ ৪৮৯
সঞ্জয় বিদুৰ কুন্তী গান্ধাৰী।
সবেও আমাৰ অনুজ্ঞা ধৰি ॥
তপ আচৰোক একান্ত মনে।
এতেকে তৰিবা আপোন ধ্যানে ॥ ৪৯০
হেন উপদেশ সকলে পাই।
সেৱা সতকাৰে মেলানি লই ॥
আসিল শতযূপ আশ্ৰমক।
শতযূপে দিলা বিধি সেৱাক ॥ ৪৯১
ধিয়ান ধাৰণা সংযম বিধি।
যেনমতে হয় সকলে সিদ্ধি ॥
সিদ্ধিতেসে মিলে জীৱৰ গতি।
যাৰ মনে যেন বাসনা প্ৰীতি ॥ ৪৯২
অনন্তৰে ধৃতৰাষ্ট্ৰ নৃপতি।
গান্ধাৰীক লই সঙ্গে সংহতি ॥
ক্ষুধা তৃষ্ণা আদি ঊৰ্ম্মি নিবাৰি।
আৰম্ভিল তপ ধাৰণা কৰি ॥ ৪৯৩
বিদুৰ সঞ্জয় কুন্তী সাদৰি।
অন্ধ গান্ধাৰীৰ সেৱাক ধৰি ॥
ধৰিলন্ত ব্ৰত সন্ন্যাস ধৰি।
আত্মাৰ সংযমে সুমৰে হৰি ॥ ৪৯৪
শুনি ঋষি মুনি বৈৰাগীজন।
আসি সমস্তক কৰি দৰ্শন ॥
আশীৰ্ব্বাদ দেন্ত আনন্দ কৰি।
মোক্ষক লভিবা সংসাৰ তৰি ॥ ৪৯৫
শুনা সৰ্ব্বজন ভাৰত পদ।
খণ্ডিবা সংসাৰ যত আপদ ॥
বৈকুণ্ঠে চলিবা মায়াক তৰি।
হৰি হৰি বোলা আনন্দ কৰি ॥ ৪৯৬
তপ ব্ৰত হোম যোগ যতেক।
হৰিনাম সম নুহি প্ৰত্যেক ॥
জানি নিৰন্তৰে নেৰিবা নাম।
সঘনে ডাকিয়া ঘুষিয়ো ৰাম ॥ ৪৯৭

---

নাৰদ, দেৱল, ব্যাস প্ৰভৃতি মুনিসকলৰ আগমন আৰু ধৃতৰাষ্ট্ৰৰ প্ৰতি সান্ত্বনা দান

পদ

মুনি বোলে শুনিয়োক পৰীক্ষিত সুত।
হেনমতে ধৃতৰাষ্ট্ৰ আৰম্ভিলা ব্ৰত ॥
তপ অনুষ্ঠানে যেবে তথাত থাকিল।
স্বৰ্গে থাকি বিধিপুত্ৰ নাৰদে জানিল ॥ ৪৯৮
দেৱ ঋষি মহা সন্ত হৰিৰ সেৱক।
সদা উপদেশি ফুৰে হৰি সেৱকক ॥
এতেকতে অন্ধ দৰশনে ভৈলা আগ।
শীঘ্ৰে আসি অন্ধক ধৰিলা তৈত লাগ ॥ ৪৯৯
নাৰদে আসিল জানি পৰ্ব্বত দেৱল।
ব্যাসদেৱ শতযূপ তথাত মিলিল ॥
ঔৰ্ব্ব্য অস্ত হলায়ুধ আৰণ্য লৱণ।
সদানন্দ শতানিক উতথ্য চ্যবন ॥ ৫০০
খৰ্ব্ব খঞ্জ বজ্ৰ বিষ্ণু হেমন্ত ভাৰত।
আদিকবি আসিলন্ত মুনি শত শত ॥
ঋষিসমূহক দেখি পাণ্ডৱৰ মাৱ।
অষ্টাঙ্গে প্ৰণাম কৰি পখালিলা পাৱ ॥ ৫০১
অনন্তৰে বসিবাক দিলা কুশাসন।
বসিলন্ত ঋষিসবে সন্তোষিত মন ॥
বসি তৈত অনন্তৰে বিধিৰ নন্দন।
অন্ধৰ সন্তোষ হেতু হৈয়া সঘন ॥ ৫০২
নানা আলাপনে কহি নানা যোগ বিধি।
অনন্তৰে বোলে বাক্য অন্ধক সম্বোধি ॥
শতযূপ পিতামহ কেকেয়ৰ পতি।
সহস্ৰ চিত্ত নামত নৃপ মহামতি ॥ ৫০৩

বৃদ্ধ অৱস্থাত ৰাজা জ্যেষ্ঠ তনয়ক ।
ৰাজ্যক সমৰ্পি ৰঙ্গে চলিল বনক ॥
এহি তপোবনে থাকি তপ আৰম্ভিল ।
অল্পকালে ইন্দ্ৰলোক তাহাৰ মিলিল ॥ ৫০৪
ভগদত্ত পিতামহ ৰাজা শৈলধৰ ।
তেহো ইন্দ্ৰলোকে আছে যেন শশধৰ ॥
ইন্দ্ৰৰ সদৃশ ৰাজা পৃষধ্ৰ নামত ।
ধৰ্ম্ম অৰ্থ কাম সমাপিল সংসাৰত ॥ ৫০৫
অনন্তৰে মোক্ষ লাগি তপ আৰম্ভিল ।
তপৰ প্ৰভাৱে মোক্ষ পদক লভিল ॥
বহুবাৰ দেখিলোহো বাসৱৰ পাশ ।
বাসৱ সদৃশ যেন কৰন্ত প্ৰকাশ ॥ ৫০৬
মান্ধাতা তনয় পুৰুকুৎস নৰপতি ।
আৰো শশলোমা নামে আছিল নৃপতি ॥
এহি স্থানে উভয়ে কৰিলা মহাতপ ।
অল্পকালে এৰি মায়া মোহ শোক তাপ ॥ ৫০৭
লভিলা মুকুতি দুহান্তৰো দিব্য কায়া ।
জলে যেন দৰ্পণত সূৰযৰ ছায়া ॥
তপ জপ ধ্যানৰ গৰিমা গুণ গাই ।
ভুঞ্জিল যতেক ভোগ বৰ্ণন নহয় ॥ ৫০৮
আৰে তুমি ঐত থাকি ৰঙ্গে সেহি পদে ।
লভিবা সালোক্য গতি ব্যাসৰ প্ৰসাদে ॥
তোমাৰ লগতে গতি পাইবে গান্ধাৰী ।
নিষ্ঠে পাইবে পাণ্ডুৰ সঙ্গক কুন্তী নাৰী ॥ ৫০৯
সঞ্জয়ে লভিব মোক্ষ নিশ্চিত বচন ।
বিদুৰৰ হৈব যেৰে দেহৰ পতন ॥
বায়ুৰ সদৃশ প্ৰাণ লোকে নলখিব ।
যুধিষ্ঠিৰ ৰাজাৰ হিয়াত ঠাই লৈব ॥ ৫১০
দিব্যজ্ঞান প্ৰভাৱে জানিলো সমুদায় ।
এতেকে কহিলো কথা সবাক বুজাই ॥
নাৰদে কহিলা কথা সবে নিশবদ ।
আৰো শুনিবাক যেন মনত আহ্লাদ ॥ ৫১১
অনন্তৰে বোলয় ৰাজৰ্ষি শতযূপ ।
শুনিয়োক বিধিসুত সবাহাৰ বাপ ॥
চাৰিবেদ চতুৰ্দ্দশ শাস্ত্ৰত পণ্ডিত ।
জ্ঞান উপদেশি সাধা অজ্ঞানৰ হিত ॥ ৫১২
জ্ঞান চক্ষু প্ৰভাৱে বিশ্বৰ যেন স্বামী ।
পূৰ্ব্বাপৰ সমস্তৰ কথাক জানা তুমি ॥
এহিহেতু কৃপা কৰি কৰিলা কীৰ্ত্তন ।
বহু নৃপতিৰ মোক্ষলাভ বিবৰণ ॥ ৫১৩
কিন্তু কুৰুপতি ধৃতৰাষ্ট্ৰ নৰপতি ।
তপবলে কোন লোকে কৰিবন্ত গতি ॥
নকহিলা ভালমতে আমাক বুজাই ।
ইটো কথা শুনিবাক শ্ৰদ্ধা আতিশয় ॥ ৫১৪
শতযূপ মুখে শুনি এতেক কথন ।
তাহাঙ্ক সম্মুখি বোলে নাৰদ সুজন ॥
শুনা ৰাজা অল্পকালে ভ্ৰমন্তে স্বৰ্গত ।
অকস্মাত উপস্থিত ইন্দ্ৰৰ সভাত ॥ ৫১৫
বসি আছে পাণ্ডুৰাজা সেহি সমজ্যাত ।
আমিয়ো বসিলো জানা পাণ্ডুৰ কাষত ॥
সেহিবেলা কথাৰ প্ৰসঙ্গে মহাপদ ।
বাসৱে বুলিলা বাণী শুনা সভাসদ ॥ ৫১৬
তপ সাৰ তপ সাৰ তপ আচৰহ ।
তপবলে নৰগণে পায় দেৱদেহ ॥
কোটি কোটি কল্পমান স্বৰ্গত থাকয় ।
দেৱতো অধিক ভোগ আনন্দে ভুঞ্জয় ॥ ৫১৭
শঠমতি ধৃতৰাষ্ট্ৰ কুৰুকুলপতি ।
তপ কৰিবাক লাগি কৰিলা যুগুতি ॥
তিনিবৰ্ষ মানে তপ কৰিব নিশ্চয় ।
গান্ধাৰী কুন্তীৰ সঙ্গে মিলিব প্ৰত্যয় ॥ ৫১৮
গান্ধাৰী সহিতে অন্ধ দিব্যমূৰ্ত্তি ধৰি ।
দিব্য অলঙ্কাৰে দেহ বিভূষিত কৰি ॥
ৰথে চৰি আসিবন্ত কুবেৰ ভুৱন ।
কৌতূহলে উভয়ে থাকিব সিটো স্থান ॥ ৫১৯
দেৱতা গন্ধৰ্ব্ব আৰো ৰাক্ষস লোকত ।
সম্ভাষিয়া ফুৰিবন্ত আনন্দে মনত ॥
হে ৰাজৰ্ষি শতযূপ নিষ্পাপ হৃদয় ।
দেৱলোকে অবিদিত ইটো কথাচয় ॥ ৫২০

সন্তৰ সন্তোষ হেতু কহিলো নিশ্চয় ।
এহি বুলি দেৱঋষি মাগিল বিদায় ॥
অনন্তৰে আন আন ঋষি মুনি লোক ।
নানা ধৰ্ম্মনীতি বাক্যে সন্তোষি অন্ধক ॥ ৫২১
নিজ আশ্ৰমক প্ৰতি সবে চলি গৈলা ।
তপনিষ্ঠ হুয়া অন্ধ তথাত থাকিলা ॥
শুনা ভাৰতৰ পদ সভাসদ যত ।
পৰম সম্পদ কথা সাধুৰ মনত ॥ ৫২২
শ্ৰৱণ কীৰ্ত্তনে কৰা তৰিবাৰ মন ।
সংসাৰ তৰিবা যেৱে বোলা নাৰায়ণ ॥
বিৰচিল কালিদাস এহি মানে কাম ।
সৰ্ব্বক্ষণে সভাসদে বোলা ৰাম ৰাম ॥ ৫২৩

---

ধৃতৰাষ্ট্ৰৰ ওচৰলৈ যুধিষ্ঠিৰৰ সবান্ধৱে গমন আৰু ঋষিসমূহৰ আগত পাণ্ডৱৰ পৰিচয় দান

ছবি

বৈশম্পায়ন নিগদতি শুনা ৰাজা মহামতি
ইকথা থাকোক এহিমানে ।
অনন্তৰে কহো কথা যুধিষ্ঠিৰ নৃপতিৰ
শুনা তুমি সাৱহিত মনে ॥
তেজি বিষয়ৰ কাম পাত্ৰ মিত্ৰ জ্ঞাতিসমে
ধৃতৰাষ্ট্ৰ কুৰুকুল পতি ।
বিদুৰ কুন্তী সঞ্জয় গান্ধাৰীক সঙ্গে লই
যেৱে কৰিলন্ত বনে গতি ॥ ৫২৪
ক্ৰন্দনৰ উৰ্ম্মি ৰোল নগৰত উথলিল
কান্দে হস্তিনাৰ যত লোক ।
ভ্ৰাতৃসমে যুধিষ্ঠিৰ কান্দিলন্ত নিৰন্তৰ
পাত্ৰ মন্ত্ৰী বান্ধৱ যতেক ॥
দ্ৰৌপদী সুভদ্ৰা সতী কান্দিলন্ত সাৱহিতি
অন্ন জল মনত শুকচে ।
কান্দে পৰীক্ষিত মাৱ হিয়ে হানি মুষ্টি ঘাৱ
পুত্ৰৰ কাৰণে যেন বাছে ॥ ৫২৫
দণ্ডে যেন যুগ যায় শোক দুখে পাৰ নাই
আন কিছু নভাষয় মুখে ।
মনত বিচাৰ আতি অন্ধ বৃদ্ধ কুৰুপতি
কেহো কান্দে কুন্তীৰ উদ্দেশে ॥
হেনমতে ছয়মাস ভৈলা যেৱে অৱশেষ
কিছু সন্ধুকিয়া যুধিষ্ঠিৰ ।
বোলে শুনা বৃকোদৰ ধনঞ্জয় ধনুৰ্দ্ধৰ
সহদেৱ নকুল সোদৰ ॥ ৫২৬
আম'ৰ জননী কুন্তী আতিকে কৃশাঙ্গী সতী
কেনমতে অন্ধক সেৱিব ।
দুই চক্ষু যাৰ অন্ধ পুত্ৰশোকে সদা দগ্ধ
কেনমতে বনত ভ্ৰমিব ॥
ধৰ্ম্মৰ বচন শুনি সহদেৱে মনে গুণি
দণ্ডৱতে কৰি নমস্কাৰ ।
বোলে সবিনয় বাণী শুনা দাদা নৃপমণি
মোৰ যেন মনত বিচাৰ ॥ ৫২৭
বাকলি বসন পিন্ধি পিতা মাতা গৈল যেৱে
গৃহত্যাগে বনবাসী হই ।
নগৰৰ প্ৰজাচয় নানা ভাৱে আলোচয়
ইহাত বিস্ময় কিছু নাই ॥
গৈলা কোন কোনদিশ কাৰ পায়া উপদেশ
আশ্ৰম লভিলা কিবা ভাগে ।
তোমাৰ আমাৰ আজি সমস্ত কথাকে বুজি
ভালমতে জানিবাক লাগে ॥ ৫২৮
মনোহৰ ভৱনত নানা ৰত্ন বিৰচিত
দুগ্ধফেন সম পালঙ্কত ।
যিজনে আছিল শুতি যাৰ পুত্ৰ পাঞ্চগুটি
কৰি কিবা মনত কপট ॥
হায় নিদাৰুণী আই সমস্তকে তেজি তই
বৃক্ষতলে তৃণৰ শয্যাত ।
কিদৰে শয়ন কৰি আহাৰ বিহাৰ এৰি
কেনমতে আছা অৰণ্যত ॥ ৫২৯

ৰাজ মাতৃ হই আই বনমাজে ভৈলা ঠাই
দুখ ক্লেশ লভিলা বিস্তৰ।
মোৰ মনে ইটো খেদ হায় হায় ৰাজপদ
দুদিনীয়া মিছাৰ সংসাৰ ॥
বুজিলো নিশ্চয় ভাল মানুহৰ চিৰকাল
অৱস্থা সমানে নথাকয়।
মিলে কিবা কালচক্ৰ কিবা হয় দৈৱবক্ৰ
বুজিবাক কেহো নপাৱয় ॥ ৫৩০
উত্তৰা বোলয় বাণী আমি কিনো অভাগিনী
যুদ্ধে স্বামী গৈলা পৰলোক।
কাষে থাকে বৃদ্ধা আই শিশু ছোৱালক লই
সান্ত্বনা কৰয় বাক্যে মোক ॥
ক্ষণো নেদেখিলে মোক দীৰ্ঘস্বৰে পাৰে ডাক
যেন ভৈল শোকত বিকল।
স্নেহে সাতসৰি হাৰ হেন কুন্তী আই মোৰ
কিবা দুখে বনক চলিল ॥ ৫৩১
শুনা শুনা মহাৰাজ কৰিয়োক হেন কাজ
সবাৰ কুশল যদি চাহা।
যথাত আছয় আই সবাহাক্কে সঙ্গে লই
সিটো বনমাজ লাগি যাহা ॥
নকুলে বোলয় বাণী ৰাখা দাদা বাক্য খানি
তেৱে জানো শান্ত হয় মন।
অন্যো অন্যে বোলে বোল নকুলে বুলিলা ভাল
ৰাখা ৰাজা এতেক বচন ॥ ৫৩২
শুনন্তে এতেক বাণী যুধিষ্ঠিৰে মনে গুণি
অনন্তৰে তেজিল বচন।
শুনা ভ্ৰাতৃ ধনঞ্জয় কৰিলো আদেশ মই
প্ৰভাতে চলিবো আসি বন ॥
আশ্ৰয় বা অনাশ্ৰয় যতেক বান্ধৱচয়
বজায়োক মোৰ আজ্ঞা জানি।
ৰথ ৰথী গজ বাজী সমস্তকে লোৱা সাজি
দিয়া জান নগৰক ছানি ॥ ৫৩৩
কৌৰৱৰ পাণ্ডৱৰ নৰনাৰী নিৰন্তৰ
বজায়োক আতি কৌতূহলে।
প্ৰণামি অন্ধৰ পাৱ সম্ভাষণ কৰি মাৱ
স্নান কৰিৱন্ত গঙ্গাজলে ॥
ধৌম্য পুৰোহিত মোৰ নিজ ভ্ৰাতৃ সম আৰ
যুযুৎসু অন্ধৰ তনয়।
নগৰ ৰক্ষাৰ হেতু থাকোক নগৰে মাত্ৰ
দুয়োজনে আমাত প্ৰত্যয় ॥ ৫৩৪
এতেক আদেশ শুনি জয় ঢোলে দিলা ছানি
প্ৰজাৰ ভৈলন্ত আতি ৰঙ্গ।
হয় গজ ৰথে চৰি বজাইলন্ত কাছি পাৰি
সবাৰো বাঞ্চিত নৃপসঙ্গ ॥
শুনিয়োক সভাসদ মহাভাৰতৰ পদ
মতি মোৰ হৌক কৃষ্ণপদে।
বিৰচিল কালিদাস ছাৰিয়োক মোহ পাশ
কৃষ্ণ কৃষ্ণ ঘোষা সভাসদে ॥ ৫৩৫

পদ

মুনি বোলে শুনা শুনা কুৰুকুলপতি।
তযু পিতামহ কথা অপূৰ্ব্ব খিয়াতি ॥
হেনমতে যুধিষ্ঠিৰ মনত হৰিষে।
অনুজ্ঞা দিলন্ত সবে বনৰ উদ্দেশে ॥ ৫৩৬
পাচদিনা নিদ্ৰা এৰি প্ৰভাত সময়।
স্নান আচমন কৰি ধৰ্ম্মৰ তনয় ॥
ব্ৰাহ্মণসবক কৰিলন্ত নানা দান।
ৰজত কাঞ্চন আনো বস্ত্ৰ আভৰণ ॥ ৫৩৭
দৰিদ্ৰসবক অন্ন বস্ত্ৰ বিতৰিল।
শ্ৰাদ্ধ হোম বেদপাঠ যজ্ঞ আচৰিল ॥
অনন্তৰে ভ্ৰাতৃসমে ভুঞ্জি অন্ন পান।
কুৰু আৰো পাণ্ডুকুলে যত নাৰীগণ ॥ ৫৩৮
সবাকো সঙ্গত লই ৰথত চৰিলা।
জয় জয় কৃষ্ণ নাদে বনক লৰিলা ॥
ভাটসবে কৰে স্তুতি দ্বিজে বেদগান।
নটসবে কৰে নৃত্য আনন্দিত মন ॥ ৫৩৯
যত সেনাবল আছে চতুৰঙ্গ দলে।
কৃপৰ আদেশে চলিলন্ত সমদলে ॥

বাৰে ঢাক ঢোল ভেৰী মৃদঙ্গ ঘাঘৰি।
অসংখ্য কটক চলে খাণ্ডা বাক ধৰি ॥ ৫৪০
আগে পাচে চাৰিভ্ৰাতৃ ৰথে চলিলন্ত।
নগৰৰ প্ৰজা সবে আগবাঢ়ি যান্ত ॥
ধৃতৰাষ্ট্ৰ ৰজাক চাহন্তে যত লোক।
নানাভাৱে সাজি কাছি সবে চলিলেক ॥ ৫৪১
কেহো অশ্বে কেহো গজে কেহোবা উটত।
কেহো পুত্ৰ পত্নী সমে চলে শকটত ॥
সীমা সংখ্যা নাহি লোক যতেক চলিল।
যোজনৰ পন্থমানে দিশক ব্যাপিল ॥ ৫৪২
মেঘৰ গৰ্জ্জন যেন শব্দৰ ৰোল।
শুনি অন্তৰ্গতে ভয় মিলয় লোকৰ ॥
হেনমতে হস্তিনাৰ প্ৰজা সবে লই।
চলিলন্ত যুধিষ্ঠিৰ আহ্লাদিত হই ॥ ৫৪৩
লোকৰ মুখত শুনি ধৰিলন্ত দিশ।
তিনি ৰাত্ৰি মানে ভৈল পন্থত নিবাস ॥
নদীৰ তীৰত কিবা সৰোবৰ পাৰ।
ৰজনী বঞ্চিয়া ৰঙ্গে কৰন্ত আহাৰ ॥ ৫৪৪
হেনমতে চাৰিদিনে কুৰুক্ষেত্ৰে পাইলা।
যমুনাক পাৰ হই আশ্ৰম দেখিলা ॥
হেৰা পাইলো হেৰা পাইলো বোলে সবে বোল।
এতেকে উঠিল মহা কোলাহল ৰোল ॥ ৫৪৫
কোলাহল শুনি শতযূপ ৰাজঋষি।
অন্ধক সম্মুখি বোলে পৰম হৰিষি ॥
যুধিষ্ঠিৰ নৃপ পিতৃ-মাতৃ মহাশোকে।
নিশ্চয় আসিল জানা পৰম উৎসুকে ॥ ৫৪৬
অনন্তৰে যুধিষ্ঠিৰ আশ্ৰমক পাই।
ৰথ এৰি পদব্ৰজে গমন কৰয় ॥
কুৰুপাণ্ডু নাৰীগণ বান্ধৱ যতেক।
হয় হস্তী এৰি ভূমিপাৰে চলিলেক ॥ ৫৪৭
দুইদণ্ড মানে যেবে চলিয়া গৈলেক।
কদলী শোভিত আশ্ৰমক পাইলেক ॥
আশ্ৰমে আছয় যত সিদ্ধ মুনিগণ।
আগ বাঢ়ি চাহে সবে হৰষিত মন ॥ ৫৪৮
সিসৰত কৰপুটে পুছে যুধিষ্ঠিৰ।
কৈত মোৰ অন্ধ পিতা কুৰু বংশধৰ ॥
ঋষিসবে বোলে শুনা পাণ্ডুৰ তনয়।
স্নান হেতু যমুনাত গৈলা অন্ধৰায় ॥ ৫৪৯
শুনি ৰাজা যুধিষ্ঠিৰে বিলম্ব নকৰি।
যমুনা তীৰত চলে পথ অনুসৰি ॥
তাহান পাচত চলে আনলোক যত।
যমুনা তীৰত গই ভৈলা উপস্থিত ॥ ৫৫০
দেখে আগে পাচে আছে বিদুৰ সঞ্জয়।
হাতত ধৰিয়া দেৱী গান্ধাৰী আনয় ॥
লাসে লাসে খোজ কাঢ়ে কুটীৰক লাগি।
পানীৰ কলসী আনে কুন্তী মহাভাগী ॥ ৫৫১
অনন্তৰে যুধিষ্ঠিৰ কৰি কৃতাঞ্জলি।
ধৃতৰাষ্ট্ৰ পাৱে পৰি কৰিলা সেৱলি ॥
অৰ্জ্জুন নকুল ভীম গৈলা ধীৰে ধীৰে।
জ্যেষ্ঠক প্ৰণাম কৈলা আতি সতকাৰে ॥ ৫৫২
সেহি বেলা কণ্ঠস্বৰ আৰো স্পৰ্শ পাই।
আশীৰ্ব্বাদ কৰে ৰাজা হাতক বুলাই ॥
হেনমতে নৰনাৰী যতেক বান্ধৱ।
ধৃতৰাষ্ট্ৰ পদে সবে কৰিলন্ত দেৱ ॥ ৫৫৩
কোন কোন বুলি ৰাজা কুশল পুছয়।
যুধিষ্ঠিৰে নাম গোত্ৰ কহিলা বুজায় ॥
হেনমতে ধৃতৰাষ্ট্ৰ পুছি সৰ্ব্বজন।
কুন্তী গান্ধাৰীকো সবে কৰিলা বন্দন ॥ ৫৫৪
অনন্তৰে সমস্তয়ে কৰি কৰযোৰ।
বিদুৰ সঞ্জয়ে কৰিলন্ত নমস্কাৰ ॥
হেনমতে সৰ্ব্বজনে কৰি সম্ভাষণ।
ধৃতৰাষ্ট্ৰ আশ্ৰমক কৰিলা গমন ॥ ৫৫৫
হৃষ্ট চিত্তে বসিলন্ত পৱিত্ৰ আশ্ৰম।
সমস্তৰে শোক চিন্তা ভৈল উপশম ॥
সিটো স্থান ভৈল যেন হস্তিনা নগৰী।
লোকৰ শব্দে দশদিশ গৈলা পূৰি ॥ ৫৫৬
শুনি উপস্থিত ভৈলা বহু ঋষিমুনি।
ৰাজা যুধিষ্ঠিৰ আগমন বাৰ্ত্তা শুনি ॥

ঋষি সমূহক দেখি ৰাজা যুধিষ্ঠিৰ।
জানু পাৰি সমস্তকে কৰি নমস্কাৰ ॥ ৫৫৭
বিছাই দিলন্ত চিত্ৰ বিচিত্ৰ বসন।
পৰম সন্তোষে বসিলন্ত মুনিগণ ॥
অনন্তৰ ঋষিসবে অদ্ভুত পুছয়।
শুনিয়োক ৰাজঋষি ধৃতৰাষ্ট্ৰ ৰায় ॥ ৫৫৮
আপোনাৰ আশ্ৰমে অসংখ্য নৰ নাৰী।
বাদ্য ভণ্ড কটকে ভৈলন্ত ইন্দ্ৰপুৰী ॥
কোনজন যুধিষ্ঠিৰ কোনজন ভীম।
অৰ্জ্জুন নকুল সহদেৱ কাৰ নাম ॥ ৫৫৯
কাহাৰ দ্ৰৌপদী নাম কাৰ পাঞ্চ পতি।
ইসবক চিনিবাক মনে বাঢ়ে প্ৰীতি ॥
ঋষিসকলৰ শুনি এতেক বচন।
সঞ্জয়ে বোলন্ত বাণী শুনা ঋষিগণ ॥ ৫৬০
সুবৰ্ণ আভাষ গৌৰবৰ্ণ কলেৱৰ।
দীৰ্ঘনেত্ৰ দীৰ্ঘবাহু বদন সুন্দৰ ॥
ইহাঙ্ক বোলয় যুধিষ্ঠিৰ মহামতি।
যাৰ আজ্ঞা পালন কৰন্ত যদুপতি ॥ ৫৬১
দীৰ্ঘবাহু দীৰ্ঘদেহ দীৰ্ঘ উৰু কৰ।
সিংহবক্ষ কটি কন্ধ স্থূলকায় যাৰ ॥
চক্ষু লাল হিয়া খাল সহাস্য বদন।
মত্ত মাতঙ্গৰ সম গমনাগমন ॥ ৫৬২
তপ্ত সুবৰ্ণৰ সম উজ্বল শৰীৰ।
জানিবা এহন্তে বৃকোদৰ মহাবীৰ ॥
পৃষ্ঠত গাণ্ডীৱ ধনু হাতে শঙ্খ শৰ।
পদ্মকোষ সম নেত্ৰ কৃষ্ণ কলেৱৰ ॥ ৫৬৩
এহেন্তে অৰ্জ্জুন বীৰ মহা ধনুৰ্দ্ধৰ।
যমক যুজিবে আছে শকতি বিস্তৰ ॥
হেৰা দেখা কুন্তী সম্মিতত দুই ভাই।
যেন বিষ্ণু পুৰন্দৰ আছে থিয় হই ॥ ৫৬৪
হাতত চামৰ ধৰি ৰজাক বিঞ্চন্ত।
এহেন্তে নকুল সহদেৱ মহাশান্ত ॥
তনু অতি সুকোমল শ্যাম কলেৱৰ।
বদন কমল জলে চন্দ্ৰ সমসৰ ॥ ৫৬৫
সুবলিত বাহু কৰ সুবলিত ভৰি।
এন্তে দ্ৰুপদৰ কন্যা দ্ৰৌপদী সুন্দৰী ॥
দ্ৰৌপদী কাষত গৌৰবৰ্ণা ৰূপৱতী।
বাসুদেৱ ভগিনী সুভদ্ৰা মহাসতী ॥ ৫৬৬
তাহান কাষত দেখা নবীন যুৱতী।
কোলে শিশু ওমোলায় ধীৰ স্থিৰমতি ॥
এন্তে অভিমন্যু মাতৃ উত্তৰা নামত।
অকালে বিধবা ভৈলা দৈৱৰ দোষত ॥ ৫৬৭
তপ্ত কাঞ্চনৰ সম পৰমা সুন্দৰী।
চিত্ৰাঙ্গদা নামে এন্তে অৰ্জ্জুনৰ নাৰী ॥
অলপ দূৰত তাৰ মুখে মৃদু হাসি।
নীলোৎপল সম বৰ্ণা পৰম ৰূপসী ॥ ৫৬৮
এন্তে নাম ধৰে কালী ভীমৰ ললনা।
তাহান কাষত দেখা আৰো একজনা ॥
চম্পাফুল সম বৰ্ণা পৰমা সুন্দৰী।
জৰাসন্ধ পুত্ৰী তেহো সহদেৱ নাৰী ॥ ৫৬৯
তাহান পাশত দেখা নবীন যুৱতী।
ৰূপে ত্ৰৈলোক্য মোহে যেহেন পাৰ্ব্বতী ॥
নামত কৰেণুমতী নকুলৰ নাৰী।
ৰত্নময় অলঙ্কাৰে আছে জাকি পাৰি ॥ ৫৭০
শুক্লবস্ত্ৰ পৰিধান অলঙ্কাৰহীন।
কপালে সিন্দুৰ নাহি অম্লান বয়ান ॥
হেনমত নাৰী দেখিছাহা যত জনী।
অন্ধৰ বোৱাৰী সবে বিধবা ৰমণী ॥ ৫৭১
এহন্তোৰ পতি পুত্ৰ গৈলা পৰলোক।
কুৰুক্ষেত্ৰ যুদ্ধে আথান্তৰ কৰিলেক ॥
এতেকে কহিলো পাণ্ডৱৰ পৰিচয়।
আন যত জ্ঞাতি গোত্ৰ বান্ধৱ নিশ্চয় ॥ ৫৭২
পাণ্ডৱৰ পৰিচয় হেনমতে পায়া।
চলি গৈলা ঋষিসব আনন্দ কৰিয়া ॥
অনন্তৰে পাণ্ডৱৰ কটক যতেক।
অল্পদূৰে গৈলা সবে তেজি আশ্ৰমক ॥ ৫৭৩
চতুৰঙ্গে থানে থানে ছাউনী পাতিলা।
হেনমতে সৰ্ব্বজনে তথাত ৰহিলা ॥

আশ্ৰমিক পৰ্ব্ব কথা আতি মনোহৰ।
বোলা ৰাম ৰাম হওক পাতক অন্তৰ ॥ ৫৭৪

---

যুধিষ্ঠিৰৰ সবান্ধৱে ধৃতৰাষ্ট্ৰৰ আশ্ৰমত স্থিতি, ধৃতৰাষ্ট্ৰৰ লগত যুধিষ্ঠিৰৰ কথোপকথন আৰু বিদুৰৰ দেহ ত্যাগ

পদ

মুনি বোলে শুনিয়োক নৃপ জন্মেজয়।
হেনমতে সমদলে পাণ্ডুৰ তনয় ॥
ধৃতৰাষ্ট্ৰ আশ্ৰমত ভৈল উপস্থিত।
অনন্তৰে ভাৱে মনে কৰো কিবা হিত ॥ ৫৭৫
যদিবা হস্তিনা যাইবে আমাৰ মন আছে।
অল্পদিনে যাইবাক অন্তৰে সুৰুচে ॥
থাকিবাতো আছে সঙ্গে সেনা অপৰ্য্যন্ত।
হয় গজ ৰথৰ নাহিক আদি অন্ত ॥ ৫৭৬
কৈতবা থাকয় সবে খায় কিবা সুখে।
আমাৰ কাৰণে সবে থাকিব অসুখে ॥
হেন চিন্তি যুধিষ্ঠিৰ কৃপাচাৰ্য্যে মাতি।
বোলে শুনিয়োক গুৰু আমাৰ মিনতি ॥ ৫৭৭
হয় গজ ৰথ ৰথী কটক যতেক।
সবাহাক্কে লই চলিয়োক হস্তিনাক ॥
সৈন্য সামন্তত মোৰ নাহি কিছু কাজ।
কিবা কাৰ্য্য সাধিবন্ত থাকি বনমাজ ॥ ৫৭৮
নাৰীগণে সৰ্ব্বদা কান্দন্ত আতি শোকে।
বন্ধু বান্ধৱেয়ো জানা বিকৰ্থয় মোকে ॥
বৃদ্ধ ভৈল মাৱ বাপ নিজ কান্ধে বহি।
আনন্দ কৰিবে লাগে শৰীৰক দহি ॥ ৫৭৯
আমাৰো আছিল আশা কালে কৈলা চুৰ।
আৰো কোন দিনে আসিবোহো অতদূৰ ॥
আজি মৰো কালি মৰো অৱস্থা জ্যেষ্ঠৰ।
কুন্তী গান্ধাৰীৰো ভৈল অস্থি মাত্ৰ সাৰ ॥ ৫৮০
শোকানল মহাতাপে আয়ু ভৈল ক্ষীণ।
দুই এক মাসে জানো মিলয় মৰণ ॥
ইসে ভাবি সবান্ধৱে নাৰীগণ সমে।
দিন কতিপয় থাকো অন্ধৰ আশ্ৰমে ॥ ৫৮১
শুনি কৃপাচাৰ্য্য লৈলা তুৰন্তে মেলানি।
চতুৰঙ্গে চলিলন্ত কৰি বাদ্য ধ্বনি ॥
মুনি বোলে জন্মেজয় ই কথা থাকোক।
অনন্তৰে আশ্ৰমৰ কথা শুনিয়োক ॥ ৫৮২
জ্যেষ্ঠ পিতা মাৱ কুন্তী গান্ধাৰীক পাই।
বিদুৰ সঞ্জয় মহন্তৰ সঙ্গ লই ॥
সবান্ধৱে যুধিষ্ঠিৰ ভৈলা আনন্দিত।
দৰিদ্ৰজনৰ যেন মিলিলন্ত বিত্ত ॥ ৫৮৩
নিত্য ক্ৰিয়া সমাপিয়া বসে অন্ধৰাজ।
ইন্দ্ৰক বেঢ়িয়া যেন দেৱতা সমাজ ॥
বান্ধৱ সহিতে বসে পাণ্ডৱসকল।
হেন হস্তিনাৰ সভা তথাত মিলিল ॥ ৫৮৪
অনন্তৰে ধৃতৰাষ্ট্ৰ বাৰ্ত্তাক পুছয়।
শুনা বাপ যুধিষ্ঠিৰ আমাৰ আশয় ॥
ভ্ৰাতৃগণ সৈতে তুমি প্ৰজা সমন্বিতে।
ভালে ভালে আছা দেশে জানো মই চিত্তে ॥৫৮৫
পৃথু পুৰু মুচুকুন্দ নাভাগ যযাতি।
যতেক আছিল পূৰ্ব্বে ধৰা অধিপতি ॥
কৰ্ম্ম কৰি সমস্তয় ভৈলা মহাৰথ।
প্ৰজা সমস্তকো ধৰাইলন্ত কৰ্ম্মপথ ॥ ৫৮৬
হেনমতে তুমিয়ো কৰ্ম্মত ৰাখি মতি।
সমস্ত প্ৰজাৰ সাধিবাহা নিষ্ঠ প্ৰীতি ॥
পৰহিংসা পৰপীড়া অন্যায় শোষণ।
নিশ্চয় নাহিকে ৰাজ্যে স্বৰূপ বচন ॥ ৫৮৭
আশ্ৰয় বা অনাশ্ৰয় বান্ধৱ যতেক।
শত্ৰু কিবা ভৃত্যগণ বিষয়া অনেক ॥
তোমাৰ চৰিত্ৰ গুণে সবে প্ৰীতি পায়।
চাৰি জাতি লোক মানে স্বধৰ্ম্ম মানয় ॥ ৫৮৮
তয়ু অধিকাৰে আছে যত প্ৰজাচয়।
বালক বনিতা বৃদ্ধ সদানন্দময় ॥
অৰ্থাতুৰ নহয় নহন্ত শোকাকুল।
সৰ্ব্বদায় চিন্তা কৰে ৰাজাৰ কুশল ॥ ৫৮৯

তোমাৰ গৃহত আছে কুলনাৰী যত।
সৎকৃত্য বাঞ্ছা কৰে আপোন মনত ॥
নিষ্কলঙ্ক কুৰুবংশ শৌৰ্য্যে বীৰ্য্যে চাৰ।
অদ্যাপিয়ো যাৰ যশ গাৱে নিৰন্তৰ ॥ ৫৯০
হেন কীৰ্ত্তি নাশ নহৈবন্ত সাৱে সাৱে।
যাৱে থাকে ৰাজত্ব তোমাৰ অধিকাৰে ॥
যুধিষ্ঠিৰে বোলে জ্যেষ্ঠ চৰণ প্ৰসাদে।
সমস্ত কুশল মোৰ জানা নিৰ্ব্বিবাদে ॥ ৫৯১
কেৱল বিকল মই হেন শৰঘাৱে।
বনবাসী ভৈল আতি বৃদ্ধ বাপ মাৱে ॥
ইকাৰণে গৃহশূন্য মনে শান্তি নাই।
দণ্ডে দণ্ডে যেন মোৰ যুগ বহি যাই ॥ ৫৯২
এতেকে আসিলো ঐত দায়া কৰা মোক।
তোমাৰ সঙ্গত থাকি নিবাৰিবো শোক ॥
ধৃতৰাষ্ট্ৰ বোলে শুনা পৰম ধাৰ্ম্মিক।
মনে নবাঞ্ছিবা বনবাস খাটিবাক ॥ ৫৯৩
সময়ে তুমিয়ো পাইবা হেনয় অৱস্থা।
যাৱতে চিন্তহ সদা ৰাজ্যৰ অৱস্থা ॥
তথাপিতো থাকা তুমি দুই এক মাস।
ঋষি মুনি সম্ভাষণে মিলিবে সন্তোষ ॥ ৫৯৪
ধৃতৰাষ্ট্ৰ এহি আজ্ঞা পাই যুধিষ্ঠিৰ।
সবান্ধৱে থাকিলন্ত আনন্দ প্ৰচুৰ ॥
সেহিদিনহন্তে জানা ধৰ্ম্মৰ নন্দন।
প্ৰভাতত নিত্যক্ৰিয়া কৰি সমাপন ॥ ৫৯৫
কেহো বেলা অন্ধপাশে হেনমতে বসি।
নানা আলোচনা কৰে মনত হৰিষি ॥
কেহো বেলা ঘূৰি ফুৰি আন আশ্ৰমত।
আশ্ৰমৰ শোভা চাহি হয় আনন্দিত ॥ ৫৯৬
পালে পালে হৰিণ ভ্ৰমৰে আশ্ৰমত।
বৎস সমে ধেনুগণ চৰয় সতত ॥
নানা পক্ষীগণে কাঢ়ে সুললিত ৰাৱ।
বহয় বতাস যেন বসন্তৰ বাৱ ॥ ৫৯৭
ফল ফুলে বৃক্ষগণ আছে শাৰী শাৰী।
নানা শোভা ধৰে লতা গছক আৱৰি ॥
হেন আশ্ৰমত থাকি ঋষি মুনিচয়।
কায় মন বাক্যে ইষ্টদেৱ উপাসয় ॥ ৫৯৮
কোনো ঋষি হোম পাতি অগ্নিক পূজয়।
কোনো মুনি মহাযোগে তপ আৰম্ভয় ॥
কোনো ঋষি অহৰ্নিশে বেদ পাঠ কৰে।
কোনো মুনি অনিমেষে মৌনব্ৰত ধৰে ॥ ৫৯৯
কোনো ঋষি দৰ্শন পুৰাণ বখানয়।
কোনো ঋষি লোক হিতে নানা কথা কয় ॥
হেনমতে নানা ভাৱে ঋষিগণে পাই।
নানামতে যুধিষ্ঠিৰ কথা আলাপয় ॥ ৬০০
কেহো বেলা সবান্ধৱে ঋষিপাশে যায়।
পাচে পাচে নাৰীগণ কৌতুকে চলয় ॥
জন্ম সাফলিলো বুলি কৰি স্তুতি নতি।
দান দিয়ে যুধিষ্ঠিৰ বুজি আসকতি ॥ ৬০১
কাক দিয়ে স্ৰুৱ স্ৰুক মাল্য অৰ্ঘকোষ।
কাক দিয়ে কমণ্ডলু সোণৰ কলস ॥
কাক দিয়ে থাল বাতি ঘটী লোহপাত্ৰ।
কাহাক দিয়ন্ত কৌপীনৰ বস্ত্ৰ মাত্ৰ ॥ ৬০২
হেনমতে ঋষি মুনি সবাকো সন্তোষি।
থাকিলন্ত যুধিষ্ঠিৰ পৰম হৰিষি ॥
ধৃতৰাষ্ট্ৰ গান্ধাৰীৰো সন্তোষ হৃদয়।
যেন হস্তিনাত সবে আনন্দে বঞ্চয় ॥ ৬০৩
শুনিয়োক সভাসদ ভাৰতৰ পদ।
শ্ৰৱণ কীৰ্ত্তন কৰি তৰিবা আপদ ॥
কলিযুগে মুখ্য ধৰ্ম্ম জানা হৰি নাম।
বিৰচিল কালিদাস বোলা ৰাম ৰাম ॥ ৬০৪

---

**দুলড়ী**

মুনি বৈশম্পায়ন বদতি বচন
শুনিয়োক জন্মেজয়।
হেনমতে বনে পাণ্ডৱে আছন্ত
মাসেক ভৈলা নিশ্চয় ॥

মাসেক শেষত থাকে আনন্দত
আৰো কিছুদিন মানে।
বিদুৰ নাহিকে ভ্ৰমে নিজানত
আপুনাৰ সুখ মনে ॥ ৬০৫
ৰাজা যুধিষ্ঠিৰ নেদেখি খুৰাক
মন চিত্ত তোলপাৰ।
ধৃতৰাষ্ট্ৰ সঙ্গে বসিয়া থাকন্তে
পৰিছন্ত অশ্ৰুধাৰ ॥
দেখিলা বিদুৰ আশ্ৰম ভিতৰ
দুৰত আছন্ত ৰই।
তবধ নয়নে সবাক চাহন্ত
কিছু বাক্য নভাষয় ॥ ৬০৬
অনন্তৰে সিটো প্ৰস্থান কৰিল
যেন আন দিশ লাগি।
দেখি যুধিষ্ঠিৰ উঠিয়া গৈলন্ত
তান দৰশন মাগি ॥
লৰৰিয়া যান্ত পাচক নচান্ত
গৈলা আতিশয় দূৰে।
পাচত চেঞ্চাই গৈলা বেগে ধাই
বোলে মাত দিয়া মোৰে ॥ ৬০৭
মই যুধিষ্ঠিৰ ভতিজা তোমাৰ
কৰা খুৰা মন থিৰ।
ক্ষণ মান ৰোৱা মোৰ সেৱা লোৱা
কিহেতু ঘূৰিছা বীৰ ॥
তথাপি নাথাকি বহুদূৰ গই
অগম্য বনৰ মাজ।
এক বৃক্ষ ধৰি বিদুৰে ৰহিলা
যেন চাহিবাৰ কাজ ॥ ৬০৮
মহাত্মা বিদুৰ অস্থি চৰ্ম্ম সাৰ
প্ৰাণ মাত্ৰ আছে ধৰি।
যুধিষ্ঠিৰে গই তৈত লাগ পাই
বোলে কৃতাঞ্জলি কৰি ॥
আপোনাৰ প্ৰিয় পাণ্ডুৰ তনয়
যুধিষ্ঠিৰ ৰাজা আমি।
তোমাৰ শ্ৰীপদ আমাৰ সম্পদ
তুমি পাণ্ডৱৰ স্বামী ॥ ৬০৯
এহি বুলি ৰাজা বিস্ময় নয়নে
আগত দিলন্ত থিয়।
হেন অৱস্থাত ধৰ্ম্মক সাক্ষাত
পাই খুৰা শুভাশয় ॥
মহা যোগ কৰি মহা দৃষ্টি ধৰি
ৰহিলা ৰাজাক চাই।
ইন্দ্ৰিয়ে ইন্দ্ৰিয় মন প্ৰাণ চিত্ত
অৰ্পিল মৃত্যু ধিয়াই ॥ ৬১০
বিদুৰৰ প্ৰাণ ইন্দ্ৰি ভূতগণ
ধৰ্ম্ম অঙ্গে প্ৰবেশিলা।
নিশ্বাস ৰহিত বিদুৰৰ দেহ
গছত আউজি ৰৈলা ॥
বিদুৰৰ প্ৰাণ মন ভূতগণ
দেহত যেহে মিলিল।
জানিবা ধৰ্ম্মৰ পূৰ্ব্বাধিক শক্তি
সম্যকে কিছু বাঢ়িল ॥ ৬১১
হেনকালে তাত পৰিল মনত
ব্যাস ভবিষ্যৎ কথা।
ব্যাসে কহিলন্ত বিদুৰ মহন্ত
হেনমতে পাইব তথা ॥
শক্তি সমৰ্পিব দেহক তেজিব
যাইব আপুনাৰ লোক।
ইসব কথাক স্মৰি যুধিষ্ঠিৰ
প্ৰবোধি নিজ মনক ॥ ৬১২
অনন্তৰে পাচে শৱক দহিব
মনত কৰে বিচাৰ।
সেহিকালে তৈত ভৈলা দৈৱবাণী
শুনিয়োক যুধিষ্ঠিৰ ॥
যতী ব্ৰতী ব্ৰহ্ম- চাৰী তপোধন
ব্ৰহ্মক মানিল সাৰ।
ইসব লোকৰ নাহি শ্ৰাদ্ধ পিণ্ড
নাহিকে অগ্নি সংস্কাৰ ॥ ৬১৩

হেন দৈৱবাণী যুধিষ্ঠিৰে শুনি
তেজি হেন অভিলাষ।
আশ্ৰমত গই ধৃতৰাষ্ট্ৰে কই
কান্দিলা যেন বিশেষ ॥
ভীম ধনঞ্জয় শুনন্তে বিস্ময়
মনে চমকিত ভৈলা।
বিদুৰ প্ৰয়াণ জানি সৰ্ব্বজন
শোকে কান্দিবাক লৈলা ॥ ৬১৪
ৰাজঋষি অন্ধ বোলে ইটো ধন্ধ
জীৱৰ মৰণ নাই।
কৰ্ম্মফলে মাথো জীৱক চলায়
জ্ঞানী আহা যাহা কয় ॥
আমিয়ো চলিবো এদিন আহিবো
সংসাৰ জীৱৰ মাজ।
যাক বোলে ধৰ্ম্ম জীৱৰেসে কৰ্ম্ম
জানি আলোচাহা কাজ ॥ ৬১৫
সেহি অৱস্থাত থাকিবা যথাত
চলিবাহা হেনমত।
এতেকতে সবে এৰি ইটো শোক
সাধিয়ো আপোন হিত ॥
ফল মূল ধৰা জলপান কৰা
মধ্যাহ্ন সময় ভৈলা।
এহি বুলি অন্ধ আপোন হাতেৰে
ফল মূল কাটি দিলা ॥ ৬১৬
ৰাজা যুধিষ্ঠিৰ আনো নাৰী নৰ
সবে ফল মূল খাইলা।
নানা আলাপনে দিন অৱসানে
অনন্তৰে সন্ধ্যা ভৈলা ॥
সন্ধ্যাকৃত্য কৰি গছমূলে পৰি
শয্যাত সবে শুতিলা।
বিদুৰৰ শোকে পাণ্ডৱসকলে
ভূমিত শুতি ৰহিলা ॥ ৬১৭
শুনা সৰ্ব্বজন কেদিন জীৱন
ইসে ধৰ্ম্ম সুনিৰ্ম্মল।
ভাৰতৰ পদে তৰায় আপদ
শুনিয়োক কৌতূহল ॥
ব্যাসৰ ৰচিত পুৰাণ ভাৰত
বুজিবাক শক্য নাই।
মূঢ় কালিদাস ৰচিল আভাষ
পণ্ডিতৰ মুখে পাই ॥ ৬১৮
কৃষ্ণ নাম গুণ শ্ৰৱণ কীৰ্ত্তন
ইসে তৰিবাৰ কাম।
কলিৰ পৰম এহিসে ধৰম
ডাকি বোলা কৃষ্ণ ৰাম ॥ ৬১৯

---

বিদুৰৰ মহাপ্ৰয়াণত পাণ্ডৱসকলৰ খেদ ; বেদব্যাস প্ৰভৃতি ঋষিসকলৰ আগমন আৰু পাণ্ডৱসকলৰ প্ৰতি ব্যাসৰ প্ৰবোধ দান

পদ

মুনি বোলে শুনা কথা অভিমন্যু নাতি।
শোকে দুখে পাণ্ডৱে পোহাইলা সিটো ৰাতি ॥
প্ৰাতঃকৃত্য কৰি বৃক্ষ তলত বসিলা।
বিদুৰৰ কাৰণে খেদ কৰিবাক লৈলা ॥ ৬২০
হায় হায় বক্ৰ বিধি ভৈলা কিনো কাল।
কতনো হানাহা হৃদয়ত শোক শেল ॥
শিশুকালে জনক গৈলন্ত পৰলোক।
কুৰুগণে কাঢ়ি খাইলা ঐশ্বৰ্য্য যতেক ॥ ৬২১
পাচে মাৰিবাক মনে যতন কৰিলা।
খুৰাৰ যত্নত জানা পাণ্ডৱ বাচিলা ॥
গুণি চাওঁ হস্তিনাত বিদুৰৰ বাজে।
নাহি বন্ধু পাণ্ডৱৰ কুৰুকুল মাজে ॥ ৬২২
যি কালত জননী বিধবা অনাথিনী।
তুমিয়ে ভৈলাহা খুৰা নয়নৰ মণি ॥
মাৰক দেখাহা যেন আপুন জননী।
আজিসে ভৈলন্ত মাৰ কুন্তী অনাথিনী ॥ ৬২৩

কৌৰৱৰ নাশ হৈব জানি স্বৰূপত।
উভয় কুলৰ হিত চিন্তি হৃদয়ত ॥
ধৃতৰাষ্ট্ৰ পাৱে ধৰি অতি সবিনয়।
নানা হিত উপদেশ কহিলা বুজাই ॥ ৬২৪
সিটো বাক্য জ্যেষ্ঠ পিতৃ শুনি সুশুনিলা।
ইটো মহাদুখে তুমি গৃহক এৰিলা ॥
সমৰত কৌৰৱৰ সবে ভৈলা হত।
অনাথ ভৈলন্ত অন্ধ জানি হৃদয়ত ॥ ৬২৫
দোষ গুণ নধৰি জ্যেষ্ঠৰ সঙ্গ লৈলা।
পিতৃসম মহামান্যে জ্যেষ্ঠক সেৱিলা ॥
তোমাৰ কাৰণে ধৃতৰাষ্ট্ৰে প্ৰাণ ধৰে।
কিবা দোষে সবাহাক এৰিলা সত্বৰে ॥ ৬২৬
পাণ্ডৱৰ দুখ দেখি তোমাৰ ভাৱনা।
পাণ্ডৱৰ ৰাজ্যপদ মনত কামনা ॥
আপদৰ সময়ত তোমাৰেসে মাত।
কিবা দোষে নামাতিলা মৃত্যুৰ বেলাত ॥ ৬২৭
বনবাসে নানা দুখ নিদাৰুণ বিধি।
হৃদি খেদ নিবাৰিলা মাৰক প্ৰবোধি ॥
আমাকো বোলাহা সবে থাকা স্বস্থমন।
যথা ধৰ্ম্ম তথা জয় বিধিৰ বিধান ॥ ৬২৮
হেনয় খুৰাৰ মৃত্যুশোক পৰিহৰি।
কেনমতে পাণ্ডৱে থাকিবে প্ৰাণ ধৰি ॥
এহিবুলি পঞ্চভাই কান্দে মহাশোকে।
পাণ্ডৱৰ কান্দনত কান্দে নাৰী লোকে ॥ ৬২৯
নাহি কিছু সমিধান নাহি মাত বোল।
অকস্মাত উঠিলন্ত ক্ৰন্দনৰ ৰোল ॥
শুনি ঋষি মুনিসবে বিষাদ কৰিল।
পাণ্ডৱ পাশক লাগি লৰৰি আসিল ॥ ৬৩০
আসিলন্ত ধৃতৰাষ্ট্ৰ গান্ধাৰী সঞ্জয়।
কুন্তী দেৱী আসে লৰি কৰি হায় হায় ॥
আদিত্য অমৰ সদানন্দ শতানীক।
শমি সাংখ্য ঔৰ্ব্ব্য আদি মহৰ্ষি অনেক ॥ ৬৩১
আসিলন্ত শতযূপ ৰাজৰ্ষি প্ৰধান।
আসিলন্ত ব্যাস জানি বিদুৰ প্ৰয়াণ ॥
দেখি ৰাজা যুধিষ্ঠিৰ উঠি গাৱ চালি।
সবাক প্ৰণামি দিলা কুশাসন পাৰি ॥ ৬৩২
অন্ধক মধ্যত কৰি মণ্ডল আকাৰে।
বসিলন্ত সৰ্ব্বজনে অতি সমাদৰে ॥
যতী ব্ৰতী সমাবৃত যেন পশুপতি।
অতি মনোৰম শোভা ভৈলন্ত তহিতি ॥ ৬৩৩
ঋষি সমজ্যাক পাই পাণ্ডৱসকল।
খেদ এৰি সন্ধ্যক্ৰিয়া নিমাতে থাকিল ॥
কিন্তু সলোতক আখি জানিবা সবাৰ।
হেন দেখি বোলে ব্যাস শুনা যুধিষ্ঠিৰ ॥ ৬৩৪
পৰম পণ্ডিত তুমি ধৰ্ম্ম নীতি জ্ঞানে।
মৃতক জনক লাগি শোক কৰা কেনে ॥
সময়ত বৃক্ষে যেন কৰে ফল দান।
জন্মিলে মৰিবে লাগে বিধিৰ বিধান ॥ ৬৩৫
এহি বুলি অল্প বাক্যে ধৰ্ম্মক প্ৰবোধি।
অনন্তৰে বোলে বাণী অন্ধক সম্বুধি ॥
আৰে তুমি মন তুষ্টে আচৰিলা তপ।
তোমাৰ হিয়াত নাহি পুত্ৰশোক পাপ ॥ ৬৩৬
মহাসতী গান্ধাৰীৰো নাহি শোক পাপ।
এহিহেতু তেজিলন্ত সংসাৰৰ তাপ ॥
গুৰুৰ শুশ্ৰূষা লাগি আসি মহাসতী।
সন্তোষে তেজিলা দেৱী গৃহ পুত্ৰ নাতি ॥ ৬৩৭
যদিবা বাসনা হীন তোমাৰ হৃদয়।
তথাপি বোলাহা বাক্য লোক অনুযায় ॥
অৱশ্যে শুনিছা তুমি মহাত্মা বিদুৰ।
যোগবলে প্ৰবেশিলা ধৰ্ম্মৰ শৰীৰ ॥ ৬৩৮
মাণ্ডব্য ঋষিৰ শাপে ধৰ্ম্ম মহামতি।
বিদুৰ নামত দাসী গৰ্ভে উতপতি ॥
দেৱতাগণৰ মধ্যে যেন বৃহস্পতি।
অসুৰ মধ্যত শুক্ৰাচাৰ্য্য মহাযতী ॥ ৬৩৯
কুৰুকুলে ভৈল তেনে বিদুৰ সুমতি।
সত্য শম দম অহিংসাৰ প্ৰতিমূৰ্ত্তি ॥
সেহি ধৰ্ম্ম বাক্যবলে কুন্তীক সম্ভাষি।
দিলন্ত তনয় যুধিষ্ঠিৰ নাম ৰাখি ॥ ৬৪০

এতেকতে প্ৰবেশিল যুধিষ্ঠিৰ গাৱে।
বায়ুৰ পুত্ৰৰ তেজ শক্তি বল যাৱে ॥
এতেকে বুজিবা যুধিষ্ঠিৰৰ মঙ্গল।
এহিবুলি ব্যাসে হাসিলন্ত খলখল ॥ ৬৪১
খলখলি হাসি ব্যাস বোলে পুনু বাণী।
তবধ নয়নে শুনি আছে ঋষি মুনি ॥
আকাশ অগনি বায়ু ক্ষিতি আৰো জল।
ইহ পৰলোকে আছে জীৱন চঞ্চল ॥ ৬৪২
ধৰ্ম্মেও জানিবা তেনে আছে সকলোতে।
জানি বিদুৰক লাগি শোক এৰা চিত্তে ॥
তথাপি নুগুচে যদি মনৰ সংশয়।
সুধিবাক পাৰা তুমি আমাত নিৰ্ণয় ॥ ৬৪৩
তোমাৰ সংশয় ছেদ কাৰণে সদায়।
তোমাৰ আশ্ৰমে মই মিলিবো সদায় ॥
অষ্টযোগ সিদ্ধি আমি মহাযোগী বৰ।
হেন অদভুত কাৰ্য্য আছয় আমাৰ ॥ ৬৪৪
আজি কিবা পূৰ্ব্ব মহাঋষি নজানয়।
দেৱৰ অসাধ্য যেন বুজিবা নিশ্চয় ॥
কায় মন বাক্যে যদি মহা ধ্যান ধৰো।
মনৰ কামনা মানে সাফলিবে পাৰো ॥ ৬৪৫
তোমাৰ বাঞ্ছিত বস্তু যদি অলৌকিক।
কিবা পৰমাৰ্থ কিবা হয় আধ্যাত্মিক ॥
নাভূত নাশ্ৰুত যদি শ্ৰৱণ দৰ্শনে।
তথাপি লভিবা নিষ্ঠ তাক বিদ্যমানে ॥ ৬৪৬
এতেকতে তুমি ৰাজা শুদ্ধ চিত্ত ধৰি।
কৰা ইষ্টদেৱ সেৱা মহাধ্যান ধৰি ॥
এহিবুলি ব্যাসদেৱে আসন এৰিলা।
আপুনাৰ আশ্ৰমত গমন কৰিলা ॥ ৬৪৭
ব্যাসৰ গমনে আন আন ঋষি যত।
সমস্তেও গৈলা নিজ নিজ আশ্ৰমত ॥
পাণ্ডৱ সহিতে ধৃতৰাষ্ট্ৰ থাকে তাত।
নিৰন্তৰে ধৰি চিত্তে মহাধ্যান ব্ৰত ॥ ৬৪৮
আশ্ৰমবাসীক পৰ্ব্ব ভাৰতৰ কথা।
শুনন্তে লোকৰ খণ্ডে শোক দুখ ব্যথা ॥
বিৰচিল কালিদাস সন্ত সেৱা ধৰি।
নিৰন্তৰে সৰ্ব্বজনে বোলা হৰি হৰি ॥ ৬৪৯

---

### ধৃতৰাষ্ট্ৰৰ আশ্ৰমত ঋষিসকলৰ আগমন আৰু ধৃতৰাষ্ট্ৰ-যুধিষ্ঠিৰ আদিৰ প্ৰতি ব্যাসৰ সান্ত্বনা দান

পদ

জন্মেজয় নিগদতি মুনি মহামতি।
পিতামহ কথাচয় শুনন্তে তৃপিতি ॥
শুনি থাকিবাক লাগি শ্ৰদ্ধা বাঢ়ি যায়।
মধুক পিয়ন্তে যেন তৃষ্ণা নপলায় ॥ ৬৫০
মহামতি বিদুৰ গৈলন্ত পৰলোক।
ব্যাসে আসি নিবাৰিলা পাণ্ডৱৰ শোক ॥
সবান্ধৱে আসি বনে পাণ্ডৱসকল।
একমাস মানে জানা আশ্ৰমত ৰৈল ॥ ৬৫১
আৰো কত মাস থাকিলন্ত আশ্ৰমত।
অনন্তৰে কিবা কাৰ্য্য ভৈল সংঘটিত ॥
মুনি বোলে শুনা কথা কুৰুকুলপতি।
সমস্ত কথাকে মই কহিবো প্ৰকটি ॥ ৬৫২
অন্ধ নৰপতি যেৱে অৰণ্যত স্থিতি।
মাসেক অন্তত ভৈলা বিদুৰৰ গতি ॥
আৰো মাস থাকিলন্ত পাণ্ডৱসকল।
চিন্তা শোকে জৰ্জ্জৰিত শৰীৰ বিকল ॥ ৬৫৩
সঞ্জয় গান্ধাৰী কুন্তী অন্ধ নৰপতি।
বনবাসে সবাহাৰ তাপস মুৰুতি ॥
শিৰত শোভয় জটা বাকল বসন।
নাহি শৰীৰত কিছু বস্ত্ৰ আভৰণ ॥ ৬৫৪
শীতত কাম্পয় তনু ৰৌদ্ৰে পায় তাপ।
বাত বৰিষণে স্থিতি বৃক্ষৰ সমীপ ॥
পাই অল্প ফল জল কৰন্ত ভক্ষণ।
ৰাত্ৰিকাল নিৰাহাৰ ভূমিত শয়ন ॥ ৬৫৫
ইসবক দেখি শুনি পাণ্ডৱসকল।
অতি শোকাকুল চিত্তে শৰীৰ বিকল ॥

কেহোবেলা যুধিষ্ঠিৰ কৰে হেন খেদ।
হায় হায় বৃথা পাণ্ডৱৰ ৰাজপদ ॥ ৬৫৬
কিনো নৰাধম মই পাষণ্ড বৰ্ব্বৰ।
অশাশ্বত ঐশ্বৰ্য্যক মনে মানি সাৰ ॥
আপুনাৰ বংশ মানে কৰিলো নিৰ্ম্মূল।
ইষ্ট গুৰু সমন্বিতে বান্ধৱসকল ॥ ৬৫৭
হয় হস্তী ৰথ ৰথী সেনা অপৰ্য্যন্ত।
মোৰ ক্ৰূৰ লালসাত সবে ভৈল অন্ত ॥
ৰাজ্যপদ সম্পদক মনে অৱহেলি।
মই যদি যুদ্ধক নচলো বাহু তুলি ॥ ৬৫৮
কিবা অৰ্থে কুৰুগণে যাব আগবাঢ়ি।
কিয়বা চলিল ভীম পাৰ্থ ধনুৰ্দ্ধাৰী ॥
মোহোৰ আশাত ভৈল সবাৰ উল্লাস।
মইসে সাধিলো জানা সবাৰ বিনাশ ॥ ৬৫৯
শত ভ্ৰাতৃ দুৰ্য্যোধন কৰ্ণ ভীষ্ম দ্ৰোণ।
আজি যদি জগতে থাকন্ত বিদ্যমান ॥
ইন্দ্ৰৰ সমান জানা কৌৰৱ শকতি।
বলৱন্ত যশৱন্ত ৰাজ চক্ৰৱৰ্ত্তী ॥ ৬৬০
হেন কুৰুপতি কিবা বখানি আহ্লাদ।
বনে আসি ভুঞ্জিৱন্ত এতেক বিষাদ ॥
সবাৰো দুখৰ মূল মই স্বৰূপতে।
আসন্বাক এৰি মই যাওঁ কোনমতে ॥ ৬৬১
এহিবুলি যুধিষ্ঠিৰ কান্দে বিপৰ্য্যয়।
তাহান ক্ৰন্দনে কান্দে যত প্ৰজাচয় ॥
কান্দে ভীম কান্দে পাৰ্থ কান্দন্ত নকুল।
শোক সাগৰত যেন উথলে হিল্লোল ॥ ৬৬২
শুনি অন্ধ ৰাজঋষি গান্ধাৰী জননী।
লগত সঞ্জয় কুন্তী শুনন্তে বিননি ॥
সমস্তৰে মন হোৱে শোকে বিমোহিত।
অথিৰ সকলো ৰীৰ পৰে ধৰণীত ॥ ৬৬৩
যদিবা অন্ধক দিলা ব্যাসে পৰিচ্ছেদ।
অসাৰ সংসাৰ জানি নকৰিবা খেদ ॥
পৰ্ব্বত উপৰে মেঘে কৰি বৰিষণ।
নোৱাৰে বুঝাব যেন তৰু লতা বন ॥ ৬৬৪

তেনেভাৱে ভৈল বৃথা ব্যাসৰ বচন।
পুত্ৰশোকে সমস্তৰে সন্তাপিত মন ॥
হেনমতে আৰো মাস গৈলা শোকাকুলে।
হেন শোক দুখ ব্যাস জানি যোগবলে ॥ ৬৬৫
সবাৰ সান্ত্বনা হেতু আসিল তথাত।
ব্যাসৰ গমন সবে জানি হৃদয়ত ॥
আসিল নাৰদ ঋষি পৰ্ব্বত দেৱল।
বিশ্বাবসু চিত্ৰসেন তুম্বুৰু মিলিল ॥ ৬৬৬
জানি অন্ধ সৰ্ব্বজনে কৰিলা প্ৰণতি।
যুধিষ্ঠিৰে আসন দিলন্ত পৰিপাটি ॥
বসিলন্ত সমস্তয়ে আতি কুতূহলে।
আনসবে বসিলন্ত মণ্ডল আকাৰে ॥ ৬৬৭
বসি মুনি ঋষিসবে কথাৰ প্ৰসঙ্গে।
পাণ্ডৱৰ কুশল পুছিলা মহাৰঙ্গে ॥
কুশল পুছিয়া পাণ্ডৱক সমাদৰি।
নাৰদে বোলন্ত বাণী প্ৰশ্নক বিবৰি ॥ ৬৬৮
অসুৰ দানৱে নমানয় ধৰ্ম্মাধৰ্ম্ম।
ইন্দ্ৰিয়ৰ সুখ ভোগে কৰে নানা কৰ্ম্ম ॥
ইকাৰণে ধৰ্ম্মৰ মিলয় বিপৰ্য্যয়।
দেৱতাৰো দুখ কষ্ট মিলে আতিশয় ॥ ৬৬৯
তথাপিতো দেৱগণে ধৰ্ম্মক আচৰি।
চিৰদিনে জগতক আছে ৰক্ষা কৰি ॥
পুৰন্দৰে স্বইচ্ছায় কালে বৰিষয়।
বায়ুই বতাস আনি জীৱন ৰাখয় ॥ ৬৭০
চন্দ্ৰ সূৰ্য্য দিলা দীপ্তি অপূৰ্ব্ব পোহৰ।
যাৰ গুণে জীৱ কুল বাঢ়ে নিৰন্তৰ ॥
বৰুণে দিলন্ত পানী হুতাশনে জুই।
হেনমতে আপোনাৰ কৰ্ম্ম নছাৰয় ॥ ৬৭১
এতেকে বুজিবা ঈশ্বৰো অৱতাৰ।
ধৰ্ম্ম আৰো দেৱতাৰ চিন্তয় নিস্তাৰ ॥
বেদ আদি শাস্ত্ৰ সবে বোলে যাক ধৰ্ম্ম।
মনুষ্যজনৰ সিটো সুদুষ্কৰ কৰ্ম্ম ॥ ৬৭২
কৰ্ম্মৰ কাৰণে মাত্ৰ ধৰ্ম্ম নিৰূপণ।
ধৰ্ম্ম আচৰিবে লোক কৰ্ম্মৰ অধীন ॥

নিজ কৰ্ম্ম নজানিয়া পেটক পোষয় ।
পশুৰ সদৃশ সিটো বুজিবা নিশ্চয় ॥ ৬৭৩
এতেকে কশ্যপ ভৃগু অঙ্গিৰা প্ৰভৃতি ।
দক্ষ স্বায়ম্ভুৱ আদি যত প্ৰজাপতি ॥
কৰ্ম্মযোগে সমস্তয়ে সাধিলা মুকুতি ।
কৰ্ম্মক প্ৰকটি সবে ভৈল মহামতি ॥ ৬৭৪
যাজ্ঞবল্ক শ্ৰোত্ৰেয় আদি যত সন্ত ।
অজ্ঞানী লোকক কৰ্ম্মযোগ শিকাৱন্ত ॥
এতেকে বুজিবা কৰ্ম্ম লোক পৰমাৰ্থ ।
কৰ্ম্মফলে পুৰুষৰ দৈৱ পুৰুষাৰ্থ ॥ ৬৭৫
নাৰদে বুলিলা যেৱে এতেক বচন ।
অনন্তৰে অন্য অন্য ঋষি মুনিগণ ॥
কহিলন্ত নানামতে লোক ধৰ্ম্ম কথা ।
যাৱে খণ্ডে পাণ্ডৱৰ শোক দুখ ব্যথা ॥ ৬৭৬
অনন্তৰে বোলে ব্যাস শুনা অন্ধৰাজ ।
ভোগ আশা এৰি আসিলাহা বনমাজ ॥
যদিবা তেজিলা ভোগ মায়াক সাবটি ।
চিত্ত ভৈল শোকাকুল ক্লেশ পাইলা অতি ॥ ৬৭৭
গান্ধাৰী সহিত তুমি শোকত কাতৰ ।
দ্ৰৌপদী সুভদ্ৰা কুন্তী কান্দে নিৰন্তৰ ॥
বিধৱা বোৱাৰী বহু আছন্ত লগত ।
অহৰ্নিশে কান্দে সবে শোকে অভিভূত ॥ ৬৭৮
সবাৰ কুশল হেতু মোৰ আগমন ॥
যাৰ যেন অভিলাষ কৰাহা ব্যাখ্যান ॥
অগাধ জ্ঞানৰ সিন্ধু দ্বৈপায়ণ ব্যাস ।
যেৱে হেন প্ৰিয় বাক্য কৰিলা প্ৰকাশ ॥ ৬৭৯
কৰযোৰে ধৃতৰাষ্ট্ৰ তেজিল বচন ।
নিজ অনুগ্ৰহে যেৱে ভৈলা আগমন ॥
সাফল জীৱন মোৰ সাফলিলো তপ ।
পৰলোক লাগি নাহি কিছু চিন্তা তাপ ॥ ৬৮০
পৰম পৱিত্ৰ মহা সন্ত ঋষিগণ ।
আমিও পৱিত্ৰ ভৈলো কৰি দৰশন ॥
জানিবা কেৱল মন্দবুদ্ধি পুত্ৰ মোৰ ।
মন্দকাৰ্য্যে আনিলা কুলৰো খিলিঙ্কাৰ ॥ ৬৮১
দুৰ্য্যোধন পুত্ৰৰ অকাৰ্য্য মনে স্মৰি ।
সৰ্ব্বক্ষণে পাওঁ ক্লেশ দিবস শৰ্ব্বৰী ॥
সেহি পাপ আত্মা পুত্ৰ জানা অকাৰণে ।
অপৰাধ বিহীন পাণ্ডুৰ পুত্ৰগণে ॥ ৬৮২
শোক ভয় চিন্তা তাপ কৰিল প্ৰদান ।
আৰো ধৰণীৰ ৰাজ প্ৰজা অগণন ॥
হয় হস্তী ৰথ সমে যমপুৰে নিলা ।
বাল বৃদ্ধ অন্তৰত শোকক ঘালিলা ॥ ৬৮৩
কত ৰাজা মহাৰাজা দুষ্টৰ কাৰণ ।
কুৰুক্ষেত্ৰে সমৰত ভৈল সংহৰণ ॥
বৃদ্ধ পিতা মাতা কিবা বালক পুত্ৰক ।
ত্যাগ কৰি পৰলোকে পাইলা কিবা লোক ॥ ৬৮৪
পিতামহ ভীষ্মদেৱ দ্ৰোণ ধনুৰ্দ্ধৰ ।
দুইকো সুমৰি মই সদায় অস্থিৰ ॥
মোৰ পাপ পুত্ৰগণে ৰাজ্যৰ কাৰণ ।
বংশসমে ইসবৰ সাধিল মৰণ ॥ ৬৮৫
ইসব কাৰ্য্যক স্মৰি শোকত দগধ ।
কেনমতে পাওঁ মই চিত্তত প্ৰবোধ ॥
হেন কাৰ্য্য সাধিয়োক তুমি মহামুনি ।
একান্তে শৰণ লৈলো তয়ু পদে আমি ॥ ৬৮৬
অনন্তৰে গান্ধাৰী বোলয় ভগৱান ।
আজি ষষ্ঠদশবৰ্ষ আমি পুত্ৰহীন ॥
শোকানলে দগ্ধ প্ৰাণ খাদ্য নাহি ৰুচে ।
নিশাত নাহিকে নিদ্ৰা প্ৰাণ মাত্ৰে আছে ॥ ৬৮৭
মিছাতেসে লৈলো যেন তপস্বীৰ বেশ ।
ক্ষণমানো নুগুচয় শোক দুখ ক্লেশ ॥
এতেকে আমাৰ বাঞ্ছা পুত্ৰগণে আনি ।
আমাক সাক্ষাত কৰায়োক মহামুনি ॥ ৬৮৮
স্বৰূপে কহিলা আগে আমাক প্ৰবোধি ।
অদভুত কাৰ্য্য কৰিবাক পাৰো সিদ্ধি ॥
নাভূত নাশ্ৰুত যদি শ্ৰৱণ দৰ্শনে ।
তথাপি লভিবা তাঙ্ক মোৰ বিদ্যমানে ॥ ৬৮৯
এতেকতে কৰিয়োক বাক্যক সাফল ।
পুত্ৰগণে আনি গুচায়োক শোকশেল ॥

দেখিয়োক মহাঋষি মোৰ বধূগণ।
পতিশোকে সকলোৱে কৰিছে ক্রন্দন ॥ ৬৯০
দৌপদ্রী সুভদ্রা কুন্তী কান্দে পুত্রশোকে।
নাতি বধূগণ কান্দে আমাতো অধিকে ॥
হেৰা দেখা ভূৰিশ্রৱা ভাৰ্য্যা মহাশোকে।
পতিৰ বিচ্ছেদে কান্দে লুটি ভূমিলোকে ॥ ৬৯১
উত্তৰা কান্দিছে হৃদয়ত মুঠি হানি।
আমাৰো মনক জ্ঞানা আকৰষি আনি ॥
যেন বতাসত জুই আপুনি জ্বলয়।
শোকৰ প্রচণ্ড বহ্নি সহন নযায় ॥ ৬৯২
এতেকে প্রার্থনা অন্ধৰাজ আমি কুন্তী।
তোমাৰ প্রসাদে হেন পাওঁ চিৰশান্তি ॥
দিয়া দিয়া মহামুনি এতেক যুগুতি।
তোমাৰ কৃপাত হৌক তিনিৰো মুকুতি ॥ ৬৯৩
এহি বুলি গান্ধাৰী কান্দন্ত হুমাহুমি।
শোক অনুৰাগে কুন্তী নেত্রে চাহি ভূমি ॥
ফোকাৰি ফোকাৰি কান্দে মুখে নাহি ৰাৱ।
অনন্তৰে বোলে ব্যাস শুনা কুন্তী মাৱ ॥ ৬৯৪
কিবা দুখে তোমাৰ এতেক শোক মতি।
মনে কিবা অভিপ্রায় কহিয়ো সম্প্রতি ॥
সজল নয়নে কুন্তী তেজয় বচন।
আমাৰ কাৰুণ্য যেন শুনা ভগৱান ॥ ৬৯৫
বালিকা বয়সে আমি পিতৃৰ ভৱন।
পিতৃৰ অতিথি ভৈলা দুৰ্ব্বাসা ব্রাহ্মণ ॥
আনন্দে ধৰিলো আমি অতিথিৰ আল।
স্বৰূপে বুলিবা যেন আমাৰেসে পাল ॥ ৬৯৬
বিদায় কালত প্রণামিলো ঋষি পাৱে।
মোৰ সেৱা পাই মুনি অতি স্নেহ ভাৱে ॥
বোলে শিশুমতি তুমি তোমাৰ সেৱাত।
পৰম সন্তুষ্ট মই কহিলো নিশ্চিত ॥ ৬৯৭
এতেকতে দিওঁ তোক মহামন্ত্র দান।
কাণ পাতি লোৱা নকৰিবা হেয়জ্ঞান ॥
পৰম বিস্ময় মই মনে ভৈলা ভয়।
বাক্য নমানিলে ঋষি জানোবা খঙয় ॥ ৬৯৮
খঙত মিলিব পাৰে মহা অভিশাপ।
কৰযোৰে ওচৰত থাকিলো নিচুপ ॥
অনন্তৰে মহাঋষি মন্ত্র দিলা মোক।
বোলে এহি মন্ত্রে পাইবা দেৱ সমস্তক ॥ ৬৯৯
যাক সুমৰিবা সিটো আসিবন্ত আগে।
যিবা বাঞ্ছিবাহা তাক দিব অনুৰাগে ॥
মন্ত্র পাই ভৈলা মোৰ মনত কৌতুক।
সত্য অসত্যক চাওঁ সুমৰি মন্ত্রক ॥ ৭০০
এহিবুলি মোগোৰ কুমাৰী অৱস্থাতে।
সূৰ্য্য দেৱতাক আৰাধিলো বিধিমতে ॥
আমাৰ আহ্বানে ৰবি দুই ভাগ হই।
একাৰ্দ্ধে স্বৰ্গক আৰো মৰ্ত্ত্য পোহৰাই ॥ ৭০১
একাৰ্দ্ধে আসিলা ৰঙ্গে মোৰ সন্নিহিত।
যেন সন্ধিয়াৰ বেলি ৰূপ বিপৰীত ॥
তেজঃপুঞ্জ কলেৱৰ আদিত্যক দেখি।
মহাভয় ভৈলো মই অতি বিমৰিষি ॥ ৭০২
সূৰ্য্যে বোলে ভোজকন্যা নকৰিবা ভয়।
মোৰ আগমন কভু নিষ্ফল নহয় ॥
মনৰ কামনা যেন লোৱা বৰ দান।
শুনি আমি কৰপুতে বুলিলো বচন ॥ ৭০৩
তোমাৰ সমান মোৰ পুত্র লাভ হৌক।
এতেক বোলন্তে সূৰ্য্য মুগ্ধ কৰি মোক ॥
আলিঙ্গন পূৰ্ব্বক সন্তোষে গৈলা চলি।
পাচে পুত্র উপজিল স্নেহে আকোৱালি ॥ ৭০৪
লোক অপবাদ লাগি মনে ভৈল ভয়।
গঙ্গাত উটাই দিলো পাপক নচাই ॥
সূতজাতি অধিৰথ ৰাধা তান নাৰী।
পুত্র বুলি পালিলন্ত গঙ্গা স্নানে ধৰি ॥ ৭০৫
সেহি পুত্র কৰ্ণ বীৰ জগত বিজয়।
দানে দাতাৰন্ত যাৰ সম আন নাই ॥
দোষে গুণে যি কৰিলো সিটো চিন্তা নাই।
মাতৃৰ দোষতে পুনু মৰিল পুতাই ॥ ৭০৬
ইটো শোক আমাৰ ভৈলন্ত হৃদি শাল।
নিজ ভ্রাতৃ শৰঘাৱে প্রাণ বাহিৰিল ॥

সৰ্ব্বজ্ঞান মহাঋষি কৰো মই সেৱ।
সমস্ত জানাহা মোৰ মনোগত ভাৱ ॥ ৭০৭
কৰ্ণৰ দৰ্শন লাগি মোৰ মনে আশ।
দেখিলে খণ্ডিব যেন ইটো ঘোৰ ক্লেশ ॥
কুন্তীৰ বচন শুনি বোলে হাসি ব্যাস।
ইসব কাৰ্য্যত মাৱ তোৰ নাহি দোষ ॥ ৭০৮
দেৱতাগণৰ অখণ্ডিত শৌৰ্য্য বীৰ্য্য।
আছয় অণিমা আদি যতেক ঐশ্বৰ্য্য ॥
এতেকে সংকল্প বাক্য দৃষ্টি স্পৰ্শ প্ৰাতি।
পঞ্চ ভাৱে হৈব পাৰে নাৰী আসকতি ॥ ৭০৯
বিশেষত শক্তিৱন্ত যিটোজন হয়।
কামনাৰ দোষাদোষে তাঙ্ক নুচুৱয় ॥
আপুন পুত্ৰক দলিয়াই গঙ্গা মাজ।
মাতৃ হই মাৱ তুমি কৰিলা অকাজ ॥ ৭১০
এতেকে মিলিল শোক তাপ চিন্তা ভয়।
কৰ্ম্মফল দৈৱৰূপ এৰণ নযায় ॥
কিন্তু ভাল বেয়া কৰ্ম্ম কৈলি যতমান।
গুৰুৰ সেৱাত ভৈল সমস্ত নিৰ্য্যাণ ॥ ৭১১
আজি হন্তে ভৈলা তুমি নিষ্পাপ জীৱন।
অন্তকালে পাইবা গতি নিশ্চিত বচন ॥
বৈৰাগ্য মিলয় ভক্তি কৃষ্ণসেৱা আশ।
নিৰন্তৰে কৰা সবে কৃষ্ণ কৃষ্ণ ঘোষ ॥ ৭১২

---

বেদব্যাসৰ দ্বাৰা ধৃতৰাষ্ট্ৰ আদিৰ পূৰ্ব্বজন্ম কথন;
কুৰুক্ষেত্ৰত নিহত হোৱা সকলৰ দৰ্শন আৰু
বিধৱা কুৰুনাৰীসকলৰ পতিলোক গমন

লেছাৰী

কুন্তীক প্ৰবোধি ব্যাস মুনি
গান্ধাৰীক চাহি বোলে বাণী
অনন্তৰে মাৱ যোগৰ বুজা মহিমা।
তযু পুত্ৰ নাতি বন্ধুসবে
স্বৰ্গক পাইলা মৰি ৰণে
অন্তৰত যেন নাহি আনন্দৰ সীমা ॥ ৭১৩

কুৰুক্ষেত্ৰ মহা সমৰত
যত মানে বীৰ ভৈলা হত
সমস্তয়ে পূৰ্ব্বে আছিল যিটো স্থানত।
কোনো দেৱ ঋষি সিদ্ধ দৈত্য
গন্ধৰ্ব্ব কিন্নৰ যক্ষ ৰক্ষ
কোনো ভূত প্ৰেত পিশাচ নামে বিখ্যাত ॥৭১৪
সবে দেৱকাৰ্য্য সাধিবাক
অচিন্তায় আসি মৰ্ত্তলোক
কৃষ্ণৰ ইচ্ছাত কুৰুক্ষেত্ৰে মিলিলেক।
সমস্তৰে নিজ পিতৃদেৱ
কৃষ্ণ বিনা নাহি আন কেৱ
কৃষ্ণক সন্তোষি গৈলা সবে নিজলোক ॥ ৭১৫
ধৃতৰাষ্ট্ৰ নামে মহামতি
আছিল গন্ধৰ্ব্ব অধিপতি
ধৃতৰাষ্ট্ৰ নামে ভৈলন্ত ঐত নিশ্চয়।
পাণ্ডুৰাজা ভৈল বিষ্ণু অংশ
দেৱে ৰক্ষা কৰে যাৰ বংশ
যম অংশে ভৈলন্ত বিদুৰ শুভাশয় ॥ ৭১৬
শনি অংশে ৰাজা দুৰ্য্যোধন
শকুনি দ্বাপৰ জানা সাৰ
দুঃশাসন আদি আছিলন্ত পুত্ৰ যত।
ৰাক্ষস আছিল পূৰ্ব্বলোকে
বৰ মাগি আনিলাহা তাকে
যেন নিজ পাৱ কৰিলাহা পঙ্কাবৃত ॥ ৭১৭
বায়ু অংশে বীৰ বৃকোদৰ
পাৰ্থ পুৰাতন ঋষি নৰ
নাৰায়ণে বাসুদেৱে বৃষ্ণিৰ বংশত।
অশ্বিনীকুমাৰ নামে দেৱ
ভৈলন্ত নকুল সহদেৱ
অভিমন্যু ভৈলা চন্দ্ৰৰ অংশে বিদিত ॥ ৭১৮
দ্ৰৌপদীৰ ভ্ৰাতৃ ধৃষ্টদ্যুম্ন
অগনিৰ অংশে পাইলা জন্ম
শিখণ্ডী ভৈলন্ত অমুখ নামে ৰাক্ষস।

বৃহস্পতি অংশে শুক্ দ্ৰোণ
কন্দ্ৰ অংশে অশ্বত্থামা জানা
ভীষ্ম বসু অংশ গঙ্গাৰ গৰ্ভে প্ৰকাশ ॥ ৭১৯
হেনমতে জানা দেৱগণ
নিজ কাৰ্য্যে আসি ইটো স্থান
নিজ কাৰ্য্য সাধি আপোনাৰ থানে গৈলা।
তোমাসাৰ দেখি শোক ব্যথা
মোৰ মনে আসে ইটো কথা
এতেকতে মোৰ আতি কৌতূহল ভৈলা ॥৭২০
সবান্ধৱে অন্ধ নৰপতি
গঙ্গাৰ তীৰত কৰা গতি
যেৱে নিশা আসি মিলিব জানা তথাত।
মিলিবন্ত হেন মহা যোগ
পুত্ৰ পৌত্ৰ আদি পাইবা লাগ
আৰো বান্ধবাদি সবাৰ আছন্ত যত ॥ ৭২১
স্নান আভৰণে যোগ্য পৰ
সুমণ্ডিত কৰা কলেৱৰ
কহিলন্ত যেৱে হেন বাক্য মহাযোগী।
যেন মহামৃত মিলিলন্ত
অনন্তৰে গাৱ চালিলন্ত
পৰম আনন্দে গঙ্গাৰ তীৰক লাগি ॥ ৭২২
মৃতকসবক দিব আনি
শুনি আন আন ঋষি মুনি
সমস্তয়ে মনে হৰিষ পাই অশেষ।
যাৰ যেন পাত্ৰ ফুল ফল
লৈলা কমণ্ডলু মৃগ ছাল
ব্যাসৰ লগতে ধৰিলন্ত সেহি দিশ ॥ ৭২৩
গঙ্গাৰ তীৰত সবে ৰই
স্নান আচমনে শুদ্ধ হই
মৃতকসবৰ অনুৰাগে নানা কই।
যেৱে দিবা ভাগ গৈলা বই
সন্ধ্যাকাল আসিয়া মিলয়
অনন্তৰে সবে আছন্ত ব্যাসক চাই ॥ ৭২৪

দিন মান যেৱে গৈলা বহি
গঙ্গাৰ জলত অৱগাহি
কৃষ্ণ দ্বৈপায়নে ধৰিলন্ত মহাধ্যান।
ধ্যানৰ বলত মহাঋষি
মৃতকসবৰ আত্মা উপাসি
মন্ত্ৰ অনুকূলে আনিলন্ত সেহি স্থান ॥ ৭২৫
যাৰ যেন তনু সমৰত
বস্ত্ৰ অলঙ্কাৰে সুমণ্ডিত
যেন সাক্ষাতত সমৰক যায় চলি।
নানা বাদ্য বাৱে কোলাহলে
বিপক্ষক চাই ৰিঙ্গ পাৱে
ৰহ বুলি কতজনে হাসে খলখলি ॥ ৭২৬
ভীষ্ম দ্ৰোণ কৰ্ণ জয়দ্ৰথ
দ্ৰুপদ বিৰাট মহাৰথ
সোমদত্ত ভোগদত্ত বাহ্লিক নৃপতি।
শকুনি শিখণ্ডী শল্য শাল্ব
যাৱদেক সহোদৰ সমে
উপস্থিত ভৈলা দুৰ্য্যোধন মহামতি ॥ ৭২৭
কৈকেয় কৌশল চেকিতান
ধৃষ্টদ্যুম্ন ধৃষ্টকেতু মান
ঘটোৎকচ অভিমন্যু বৃষসেন আদি।
অসংখ্য কটক নানা ভাৱে
উপস্থিত ভৈলা সেহি ঠাৱে
কুৰু সমৰত যতেক বাদী বিবাদী ॥ ৭২৮
অশ্ব গজ ৰথ অনুকূলে
সমৰক চলে কুতূহলে
কোলাহলে তৈত উঠিলন্ত মহাধ্বনি।
যেন চতুৰ্দ্দিশে গৈলা ছানি
পৰম বিস্ময় ঋষি মুনি
আৰো অন্ধসমে যতেক পাণ্ডৱ প্ৰাণী ॥ ৭২৯
স্তব্ধ নয়নে সবে চায়
মনে বিস্ময়ৰ সীমা নাই
মনে আতি অসন্তোষ নেদেখি অন্তৰ।

মনে মনে অন্ধ কৰে খেদ
যাৰ ভৈলা দুই চক্ষু ছেদ
নৰ জনমত তাৰ শতেক ধিক্কাৰ ॥ ৭৩০
ভোগ বিলাসত নাহি সুখ
সুপূৰয় কিছু অভিলাষ
যদি ধৰণীৰ পতি তথাপি নৈৰাশ।
অন্ধ নৃপতিৰ অভিলাষ
অন্তৰত জানি বেদব্যাস
দিলা দিব্য চক্ষু তান্ক যেবে খণ্ডে ক্লেশ ॥৭৩১
দিব্য দৃষ্টি পাই কুৰুপতি
মনে ভৈলা আহ্লাদিত আতি
দণ্ডৱতে ব্যাসক সেৱিল বাৰম্বাৰ।
পৰম বিস্ময় হুই মনে
নিৰীক্ষয় আপুনাৰ জনে
বন্ধুবৰ্গসহ পুত্ৰ পৌত্ৰ সুকুমাৰ ॥ ৭৩২
মুনি বোলে ৰাজা জন্মেজয়
ব্যাসৰ প্ৰসাদে লোকচয়
হনমতে সবে কিছুবেলি চাহি আছে।
অনন্তৰে ভৈল সাম্যভাৰ
কাৰো মুখে নাহি কিছু ৰাৰ
দিব্য অলঙ্কাৰে সবেয়ো শৰীৰ কাছে ॥ ৭৩৩
সিসবক বেঢ়ি বৰবালা
অপ্সৰীসকলে দিলা মালা
স্তুতিপাঠ কৰে সহাস্যে চাৰণগণে।
অচিন্তায় সাধি মন প্ৰীত
গন্ধৰ্ব্বসকলে গাৱে গীত
সুমধুৰ বাদ্য বজায় কিন্নৰগণে ॥ ৭৩৪
হেনয় প্ৰকাৰে কত বেলি
মৃতকসবক মন্যু কৰি
গন্ধৰ্ব্ব কিন্নৰসবে ভৈলা অন্তৰ্হিত।
অনন্তৰে আছে লোকে চাই
যেন কিবা আনন্দক পাই
আসিলন্ত সবে পাচে লোক সমাজত ॥ ৭৩৫

মুনি বোলে ৰাজা জন্মেজয়
আশ্চৰ্য্য অদ্ভুত ইটো নয়
মৃতকসবক কৰাইলন্ত দৰশন।
এহিসে আশ্চৰ্য্য-আতিশয়
আপোন কৃপায়ে দ্বৈপায়ন
সমস্ত জনকে কৰি ব্ৰহ্মশক্তি দান ॥ ৭৩৬
মহামায়া মোহ দূৰ কৈলা
সবে ব্ৰহ্ম অনুৰাগী ভৈলা
মিছা মানিলন্ত আপুনাৰ নৰকায়া।
এতেকতে এৰি শোক ভয়
ধৃতৰাষ্ট্ৰ আদি লোকচয়
পৰম সন্তোষ মাত্ৰ সম্ভাষণ পায়া ॥ ৭৩৭
বুজিয়োক আমি অভাজন
ব্ৰহ্ম বিদ্যা আত্ম দৰিশন
ইটো বিদ্যা যোগ শাস্ত্ৰে ভৈলন্ত স্থাপিত।
হেন যোগ শাস্ত্ৰ পঢ়িবাক
সংস্কৃত মাত্ৰ ভাষা এক
তান্ক নজানিয়া কেনে হৈবা সুপণ্ডিত ॥ ৭৩৮
ব্ৰহ্মবিদ্যাবলে দ্বিজগণ
বাকসিদ্ধ হয় সৰ্ব্বক্ষণ
ৰাজা মহাৰাজা সেৱয় চৰণ যাৰ।
হেন ব্ৰহ্মবিদ্যা যাৰ নাই
তাহান্ক ব্ৰাহ্মণ কোনে কয়
ব্ৰাহ্মণ নামত আছয় তান ধিকাৰ ॥ ৭৩৯
জানি নৰ নাৰী লোক যত
সবে কৰি যোগ শাস্ত্ৰ পাঠ
যোগবলে সমস্তয় হৈয়ো সুপণ্ডিত।
তেবে আমাসাৰ কৌতূহল
পূৰ্ব্ব শক্তি আসি লগ লৈল
ব্ৰহ্মশক্তি বলে হৌক বিশ্ব সুমণ্ডিত ॥ ৭৪০
বোলে মহা মূঢ় কালিদাস
পৰম ৰহস্য ইটো পদ
শুনি সমস্তৰে চিত্ত হৌক উপশম।

সংসাৰ তৰিবাৰ যাৰ মন
ডাক ছাৰি বোলা সৰ্ব্বক্ষণ
প্ৰাণৰ বান্ধৱ কৃষ্ণ ৰাম ৰাম ৰাম ॥ ৭৪১

---

পদ

ধৃতৰাষ্ট্ৰ পাশক আসিল সৰ্ব্বজন।
ভীষ্ম দ্ৰোণ কৰ্ণ আদি যত পুত্ৰগণ ॥
ভীষ্ম দ্ৰোণ আসি যেৱে ভৈলা উপস্থিত।
সৰ্ব্বজনে উঠি কৰিলন্ত দণ্ডৱত ॥ ৭৪২
দুৰ্য্যোধন আদি কৰি ভ্ৰাতৃ একশত।
জয়দ্ৰথ অভিমন্যু দ্ৰুপদ বিৰাট ॥
কৰ্ণ শল্য ঘটোৎকচ কলিঙ্গ নৃপতি।
নাৰায়ণী সেনা যত সুশৰ্ম্মা সংহিতি ॥ ৭৪৩
অন্ধক প্ৰণাম কৰি সবে থিয় ভৈলা।
অন্যো অন্যে সাদৰি জ্যেষ্ঠক প্ৰণামিলা ॥
কনিষ্ঠক কৰিলন্ত প্ৰিয় সম্ভাষণ।
পুলকে পূৰিত যেন সবাহাৰ মন ॥ ৭৪৪
পূৰ্ব্বৱত শত্ৰু ভাৱ নাহি কাৰো চিত্তে।
সবে নানা আলাপন কৰে ভালমতে ॥
নিজ নিজ পতিগণ নাৰীসবে দেখি।
অনন্তৰে হৃদয়ত আনন্দে উল্লাসি ॥ ৭৪৫
সম্ভ্ৰমে পতিৰ পাশে কৰিলা গমন।
কাষে বসি নানা কথা কৰে আলাপন ॥
কাষে পাই পতি পুত্ৰ পিতৃ ভ্ৰাতৃচয়।
মনে ভাৱে আজি যেন প্ৰভাত নহয় ॥ ৭৪৬
দেখা সামাজিক জন বিষয়ী জনৰ।
ইহ কিবা পৰকালে সৰ্ব্বথা নিকাৰ ॥
ক্ষুধা তৃষ্ণা মোহ মায়া সঙ্গ নছাৰয়।
নাহিকে দুখৰ পাৰ আশা নেতেজয় ॥ ৭৪৭
জানি সন্ত সঙ্গ লই যত মহামতি।
কায় মন বাক্যে কৰা হৰিত ভকতি ॥
হৰিক ভজিব লাগি নাহি তীৰ্থ স্থান।
গয়া গঙ্গা প্ৰয়াগত নাহি পিণ্ড দান ॥ ৭৪৮
পৰম পাতকী তৰে হৰি গুণ গাই।
কলিযুগে নামধৰ্ম্ম অবিদিত নাই ॥
জানি সবে কৰিয়োক তৰিবাৰ কাম।
নিৰন্তৰে ঘোষিয়োক কৃষ্ণ ৰাম ৰাম ॥ ৭৪৯

---

লেছাৰি

বৈশম্পায়ন নিগদতি
শুনা জন্মেজয় কৰ্ণ পাতি
নাৰীসবে পাই পতি পুত্ৰ আপোনাৰ।
মহা মায়া মোহে ভৈল ভোল
স্নেহে আকোৱালি কৰে কোল
সবে আহ্লাদিত বাল বৃদ্ধ নিৰন্তৰ ॥ ৭৫০
সমস্তৰে যেন স্বৰ্গবাস
মনে নাহি কিছু ভয় ত্ৰাস
বিষয়ৰ ভোগে নাহি কাৰো আসকতি।
অগম্য অলঙ্ঘ্য বনমাজ
যেন সিটো হস্তিনাৰ ৰাজ
পৰম আনন্দে পোহাইলন্ত সিটো ৰাতি ॥ ৭৫১
যেৱে ভৈলা নিশি অৱসান
মনে জানি কৃষ্ণ দ্বৈপায়ন
চালয়োক বুলি সবে অনুমতি দিল।
মৃতকসকলে গাৱচালি
নিজ নিজ ৰথ ধ্বজ ধৰি
গঙ্গাৰ বুকুত সবে অন্তৰ্দ্ধান ভৈলা ॥ ৭৫২
কেহোবা গৈলন্ত ব্ৰহ্মালোক
কেহো গৈল বৰুণৰ লোক
কেহো পিতৃ সূৰ্য্য চন্দ্ৰ যম আদি লোক।
কেহো ৰাক্ষসৰ পিশাচৰ
গৈলা ৰুদ্ৰ যক্ষ কুবেৰৰ
কেহো কেহো গৈলা গন্ধৰ্ব্ব কিন্নৰ লোক ॥ ৭৫৩
কুৰুক্ষেত্ৰে হত বীৰগণ
হেনমতে যেৱে অন্তৰ্দ্ধান
অনন্তৰে কুৰুকুল হিতৈষী ব্ৰাহ্মণ।

নাৰী সমস্তক বোলে বাণী
শুনিয়োক যত মাৰ প্ৰাণী
পতিলোক লাগি যাৰ আছে আকিঞ্চন ॥৭৫৪
অবিলম্বে এই জাহ্নবীৰ
জলে তেজিয়োক কলেৱৰ
আৰ কিবা চাহা এৰা বিধবাৰ ভাৰ।
ব্যাসৰ বচন কৰ্ণে ধৰি
কৌৰৱ কুলৰ যত নাৰী
গান্ধাৰীক এৰি তেজিলু সবে শৰীৰ ॥ ৭৫৫
বৈশম্পায়ন নিগদতি
যদি বোলা বাণী নৰপতি
দুৰ্য্যোধন আদি যতেক মহাত্মাজন।
সম্মুখ যুদ্ধত দেহ এৰি
পৰলোক লাগি গৈল চলি
সেহি দেহ কেনে ভৈলা পুনু দৰশন ॥ ৭৫৬
শুনিয়োক প্ৰত্যুত্তৰ তাস্ত
ভোগ বিনা কৰ্ম্ম নোহে অস্ত
কৰ্ম্মৰ কাৰণে জীৱৰ শৰীৰ জানা।
যাৱত নহন্ত কৰ্ম্ম ক্ষয়
জীৱে শৰীৰক নছাৰয়
নছাৰয় সিটো জনম মৃত্যু যাতনা ॥ ৭৫৭
যাৰ হোন্ত কৰ্ম্মফল ক্ষয়
সিটো মুকুতিক নিষ্ঠে পায়
সংসাৰৰ লোকে তাঙ্ক আৰ নেদেখয়।
কৰ্ম্মফলে বন্দী জীৱ যত
যদিবা তেজয় সংসাৰক
নিজৰ শৰীৰ তেজিবাক নপাৰয় ॥ ৭৫৮
যেন চন্দ্ৰ সূৰ্য্য আশ্ৰয়ত
কায়া মাত্ৰে ছায়া প্ৰকাশিত
দুহান্তো অভাৱে হয় কায়া ছায়া হীন।
পৰমাত্মা আৰো ভূতগণ
যাৱদেক সঙ্গী পৰাণৰ
সিটো জীৱ তাৱদেক শৰীৰ প্ৰধান ॥ ৭৫৯

পঞ্চভূতে ভৈলা কলেৱৰ
পঞ্চভূত পৰমাত্মা পৰ
ভূত আতমাৰ নাহিকে জানা বিনাশ।
এতেকে দেহৰো নাহি আশ
আত্মাৰ কাৰণে পৰকাশ
যেন সূৰ্য্যলোকে ছায়াৰ হয় প্ৰকাশ ॥ ৭৬০
এহিমানে ৰাজা পৰিচ্ছেদ
বুজিয়োক তুমি শাস্ত্ৰ বেদ
কিছুই আশ্চৰ্য্য নাহিকে হেন কাৰ্য্যত।
আশ্চৰ্য্য মহিমাময় হৰি
পৰমাত্মা ৰূপে লীলা কৰি
আপোন মহিমা প্ৰকাশিল অদভুত ॥ ৭৬১
সাক্ষাত দেখিলা নৃপ তুমি
বেদ মন্ত্ৰগণ বলে আমি
বনৰ সৰ্পক আনি দিলো অগনিত।
মন্ত্ৰ বলে ঋশি মুনিগণে
দেৱগণ আনে বিদ্যমানে
এতেকে আশ্চৰ্য্য নাহি মৃত দৰ্শনত ॥ ৭৬২
যদি বুজা নৃপ মোৰ মত
জানিবা এহিসে অদভুত
শ্ৰদ্ধাযুক্ত হই যিবাজনে শুদ্ধভাৱে।
ভাৰতত কথা শুনে ভণে
ইহ পৰকাল সুখে থাকে
মনৰ বাঞ্ছিত দুয়োকালে সিটো পাৱে ॥ ৭৬৩
জানি ইটো কথা সৰ্ব্বজন
সাৰ্থক হওক তনু মন
শুনা অনুদিনে ভাৰত পুৰাণ কথা
হৃদয়ত কৰি হেন আশ
বিৰচিল মূঢ় কালিদাস
যাৱে খণ্ডে ঘোৰ সংসাৰৰ বিষ ব্যথা ॥ ৭৬৪
হৰিনাম যশ শুনে গাৱে
স্মৰণ কৰন্তে গতি পাৱে
জানিবা কলিত এহিসে মহা ধৰম।

জানি সমজ্যাৰ যত জন
শয়ন ভোজন সৰ্ব্বক্ষণ
ডাক ছাৰিয়োক সবে ৰাম কৃষ্ণ ৰাম ॥ ৭৬৫

---

ধৃতৰাষ্ট্ৰ আৰু কুন্তীৰ আদেশত বান্ধবাদিসহ যুধিষ্ঠিৰৰ হস্তিনালৈ গমন

পদ

জন্মেজয় নিগদতি শুনিয়োক মুনি।
মৃতক দৰ্শন পিতামহ কথা শুনি ॥
মোৰ পিতৃ পৰীক্ষিতে চাহিবাক মন।
আজ্ঞা দিয়া কেনমতে হৈবো দৰশন ॥ ৭৬৬
মুনি বোলে শুনিয়োক পৰীক্ষিত সুত।
আমাৰ নাহিকে নিষ্ঠে তোমাত কপট ॥
কিন্তু সমাপতি হৌক ভাৰতৰ কথা।
শুনন্তে চিত্তৰ নষ্ট হৌক পাপ ব্যথা ॥ ৭৬৭
তেৱেসে সাফল হৈব উদ্দেশ্য তোমাৰ।
পিতামহ কথাচয় শুনা অনন্তৰ ॥
অনন্তৰে ভৈল যেৱে ৰজনী প্ৰভাত।
আগুসৰি বোলে ব্যাস ধৰ্ম্মৰ সাক্ষাত ॥ ৭৬৮
শুনা ৰাজা যুধিষ্ঠিৰ বোলো মই হিত।
মহাধৰ্ম্ম জ্ঞানে থিৰ কৰিয়োক চিত ॥
হস্তিনানগৰ লাগি কৰিয়োক গতি।
গোবিন্দৰ পাদপদ্মে সদা ৰাখা মতি ॥ ৭৬৯
বিষয় ভুঞ্জাহা তুমি এৰি আন মতি।
বিধিৰ বিধানে মিলে যেন উপৰতি ॥
সমস্ত দেহৰ ভোগ বুজিবা নিশ্চিত।
এতেকে নহৈবা সুখ দুখে বিচলিত ॥ ৭৭০
বিষয়ী লোকৰ আছে স্বভাৱে আপদ।
সেহি বুলি কোন জনে তেজয় সম্পদ ॥
জানি ৰাজ্য ৰক্ষা কৰা যাৱত জীৱন।
প্ৰজাক পালিবা সদা যেন পুত্ৰগণ ॥ ৭৭১
ধৃতৰাষ্ট্ৰ কুন্তী আৰো গান্ধাৰী সঞ্জয়।
সেহিকালে চাৰিজনে কথা আলাপয় ॥
মৃতকজনক দেখিবাৰ নাহি যোগ।
ব্যাসৰ কৃপাত আজি ভৈল উপভোগ ॥ ৭৭২
আত্মা ভিন্ন জগতত কিছু নাহি সাৰ।
মায়াৰ কাৰণে মাত্ৰ জীৱৰ নিকাৰ ॥
ঈশ্বৰ সেৱক জীৱ নোহে স্বতন্তৰ।
এতেকে সেৱাত ৰতি বাঢ়োক আমাৰ ॥ ৭৭৩
এৰিয়োক মনে পুত্ৰ বান্ধৱ সংহতি।
সঙ্গক বাঞ্ছিলে মিলিবন্ত বিসঙ্গতি ॥
হেনকালে বোলে ব্যাস কথা ভাল ভাল।
মায়াৰ সংসাৰ মাজে মায়া মহাকাল ॥ ৭৭৪
মায়াৰ কাৰণে মিলে আপদ বিঘিনি।
মায়াক তেজাহা সবে সেৱাক বখানি ॥
এহি বুলি গৈলা ব্যাস আপুনাৰ স্থান।
ব্যাসৰ লগতে গৈলা আন মুনিগণ ॥ ৭৭৫
অনন্তৰে ধৃতৰাষ্ট্ৰে দৃঢ় কৰি চিত্ত।
যুধিষ্ঠিৰে বোলে বাণী অতি সুবিনীত ॥
শুনা বাপ যুধিষ্ঠিৰ শুনা মোৰ বাণী।
কুৰুক্ষেত্ৰে ৰণ ভৈলা প্ৰচণ্ড অগনি ॥ ৭৭৬
তাৰ তাপে হস্তিনা নগৰ গৈলা গলি।
ভাৰত বৰিষ মানে ভৈল শূন্যস্থলী ॥
এতেকতে আমিও তেজিলো নিজ গ্ৰাম।
বনৰ মাজতো থাকি নাহি উপশাম ॥ ৭৭৭
আপোন কৃপায়ে জানা মহাঋষি ব্যাস।
শৰীৰৰ সেহি তাপ কৰিলা বিনাশ ॥
এতেকে ব্যাসৰ আজ্ঞা হৃদয়ত ধৰো।
কায় মন বাক্যে আমি ইষ্টসেৱা কৰো ॥ ৭৭৮
হস্তিনাক যাহা তুমি চৰ্চ্চিয়োক ৰাজ।
আমাৰ সঙ্গত নাথাকিবা বনমাজ ॥
বান্ধৱ সহিতে যদি থাকিবা লগত।
মিলাইবা বিঘিনি নিষ্ঠে আমাৰ অহিত ॥ ৭৭৯
পুত্ৰ হই পিতৃৰ সাধিবা সৰ্ব্বনাশ।
জানি বন্ধুবৰ্গসমে চলিয়োক দেশ ॥

অস্থি চৰ্ম্ম সাৰ ভৈলা আমাৰ দেহত।
নিকাৰেসে হৈব সাৰ থাকিলে সঙ্গত ॥ ৭৮০
অলপ দিনতে আমি এৰি ইটো দেশ।
ক্ৰমে ঘোৰ অৰণ্যত কৰিবো প্ৰবেশ ॥
ফল মুল কিবা আৰ জল নাখাইবো।
বায়ুৰ ভক্ষণে নিজ আত্মাক ৰক্ষিবো ॥ ৭৮১
গ্ৰীষ্মকালে ৰৌদ্ৰত ধৰিবো মহাব্ৰত।
শীতকালে মহাধ্যান ধৰিবো জলত ॥
বাৰিষা কালত আমি হেন দুখ পাইব।
একো একো ৰাত্ৰি যেনে দণ্ডে যুগ যাইব ॥ ৭৮২
বৃক্ষৰ বাকলি হৈছে দেহ পৰিধান।
আমাৰ সঙ্গত কেনে পিন্ধিবা বসন ॥
এতেকে আমাৰ বাক্য শিৰোগত কৰি।
ৰাজ্যক চলাহা বাপ বন পৰিহৰি ॥ ৭৮৩
বনবাস অভিলাষ মনে পৰিহৰ।
ৰাজধৰ্ম্ম ৰক্ষা কৰি ৰাজ্য চৰ্চ্চা কৰ ॥
নিজধৰ্ম্ম ৰাখিবাক সবাৰ পৌৰুষ।
ধৰ্ম্মৰ কাৰণে কৰ্ম্ম জন্মৰ উদ্দেশ ॥ ৭৮৪
যদি সঙ্গ নছাৰিবা আমাৰ তৰাস।
তপ ভঙ্গ কৰি দিবা নৰকত বাস ॥
এহি বুলি অন্ধৰাজ তুলি দুই হাত।
আগ বঢ়াই দিলা আনি ধৰ্ম্মৰ মাথাত ॥ ৭৮৫
শিৰে হাত দিয়া পুনু বোলে মৃদুবাণী।
সজ্ঞাত যায়োক বাপ মোৰ কথা শুনি ॥
তুমিসে আমাৰ পুত্ৰ জ্ঞাতি গোত্ৰ মিত্ৰ।
তোমাৰ কাৰণে হৌক স্বকুল পৱিত্ৰ ॥ ৭৮৬
পাণ্ডৱ বাহিৰে নাহি কুৰুকুলে আৰ।
তুমি সবে দিবা পিণ্ড আশা হৃদয়ৰ ॥
পুত্ৰ হই নকৰয় নিস্তাৰ পিতৃক।
সিটো পুত্ৰ নিৰৰ্থক মানো ধিক ধিক ॥ ৭৮৭
আশা পূৰ্ণ হৌক মোৰ ঈশ্বৰ ইচ্ছাত।
এহি বুলি ভৈলা অন্ধ নিতাল নিমাত ॥
অন্ধৰ এতেক বাক্য মনে মানে বিষ।
শুনি ৰাজা যুধিষ্ঠিৰ ভৈল বিমৰিষ ॥ ৭৮৮
হৃদয়ৰ দুখে যেন কণ্ঠক ৰোধিল।
অষ্টাঙ্গতে পৰি কিছু বাক্য নুবুলিল ॥
অন্ধৰ চৰণ ৰেণু পৰশি শিৰত।
কুন্তী গান্ধাৰীকো সেৱা কৰিলা সিমত ॥ ৭৮৯
ভীম পাৰ্থ সহদেৱ নকুল সুধীৰ।
দ্ৰৌপদী সুভদ্ৰা আদি নাৰী পাণ্ডৱৰ ॥
যুধিষ্ঠিৰ কাৰ্য্যে বুজি মেলানি সবাত।
সবেয়ো কৰিলা সেৱা পৰি সেহিমত ॥ ৭৯০
কুন্তীৰ চৰণদ্বয় দুই হাতে ধৰি।
অষ্টাঙ্গতে কৰে সেৱা চাৰি পুত্ৰে পৰি ॥
পৰয় লোটক ঝৰি সবাৰ নয়নে।
বোলে ইজন্মত দেখা নহৈব জীৱনে ॥ ৭৯১
পুত্ৰগণে চাহি কুন্তী কৰি আশীৰ্ব্বাদ।
বোলে চলিয়োক দেশে নকৰা বিষাদ ॥
ধৰ্ম্ম এৰিলাত বাপ হয় যেন দোষ।
সাক্ষাত দৃষ্টান্ত সবে দেখিছা অশেষ ॥ ৭৯২
এতেক ৰক্ষিবা ধৰ্ম্ম আমাৰ সন্তোষ।
ধৰ্ম্মক ৰাখিবে লাগি লোকৰ পৌৰুষ ॥
ধৰ্ম্মক ৰাখয় যিবা কৰি প্ৰাণ পণ।
ধৰ্ম্মেয়ো ৰাখন্ত তাৰ সমস্ত জীৱন ॥ ৭৯৩
ধৰ্ম্মহীন মনুষ্যৰ জন্ম জাতি বৃথা।
জানি দেশে চলিয়োক ৰাখি মোৰ কথা ॥
এহিবুলি কুন্তী দেৱী ভৈলা নিৰুত্তৰ।
অনন্তৰে যুধিষ্ঠিৰ মন কৰি স্থিৰ ॥ ৭৯৪
সঞ্জয়ৰ কাষ চাপি কৰি দণ্ডৱত।
বোলে মই তুপস্যাত নকৰো বিঘাত ॥
আজিসে অনাথ ভৈলা অন্ধ নৃপমণি।
আমাৰ জননী কুন্তী গান্ধাৰী জননী ॥ ৭৯৫
তিনিৰো নয়ন যেন তুমি মহামতি।
যাৱত থাকন্ত প্ৰাণ চলিবা সংহতি ॥
এহি বুলি যুধিষ্ঠিৰ আতি মন দুখে।
বন্ধুবৰ্গ সমন্বিতে চলিলন্ত দেশে ॥ ৭৯৬
হস্তিনাক পাই থাকিলন্ত বিমৰিষি।
যতেক বান্ধৱগণ গৈলা দশোদিশি ॥

আসিলন্ত ৰাজা বুলি প্ৰজাৰ সন্তোষ।
নানা বাদ্য ভণ্ডে দিলা নগৰত ঘোষ ॥ ৭৯৭
শুনিয়োক সভাসদ ভাৰতৰ কথা।
সংসাৰীজনৰ সুখ নাহিকে সৰ্ব্বথা ॥
ধৰ্ম্মৱন্ত হয় যদি থাকি গৃহবাস।
সিয়োজনে সংসাৰত পায় নানা ক্লেশ ॥ ৭৯৮
যুধিষ্ঠিৰ হেন ৰাজা নাহি মনে পাপ।
তাহাৰ মিলিল যেন মনৰ সন্তাপ ॥
মায়াবেসে খেলা ইটো জীৱৰ সম্মিত।
জানি শোক দুখত নহৈবা কিছু ভীত ॥ ৭৯৯
অশাশ্বত ধন জন সবে অকাৰণ।
জানি কৃষ্ণ চৰণত লৈয়োক শৰণ ॥
নিজ কৰ্ম্মে সাধিয়োক পৰমাৰ্থ কাম।
বিৰচিল কালিদাস বোলা ৰাম ৰাম ॥ ৮০০

---

### যুধিষ্ঠিৰৰ আগত নাৰদৰ ধৃতৰাষ্ট্ৰ, গান্ধাৰী আৰু কুন্তীৰ মৃত্যুবাৰ্ত্তা কথন আৰু পাণ্ডৱসকলৰ শোক প্ৰকাশ

#### পদ

মুনি বোলে শুনিয়োক উত্তৰাৰ নাতি।
ধৃতৰাষ্ট্ৰ ৰাজৰ্ষিৰ পাই অনুমতি ॥
হস্তিনা নগৰে থাকি নৃপ যুধিষ্ঠিৰ।
পূজা হোম ব্ৰত দান কৰি নিৰন্তৰ ॥ ৮০১
প্ৰজাক পালন্ত জনসেৱা ধৰি চিত্তে।
দুই বৰ্ষ কাল মানে গৈলা হেনমতে ॥
অনন্তৰে একদিন ধৰ্ম্মৰ সভাত।
বীণাবাদ্যে নাৰদ ভৈলন্ত উপস্থিত ॥ ৮০২
নাৰদক দেখি আগবাঢ়ি যুধিষ্ঠিৰ।
পাদ্য অৰ্ঘে ঋষিক কৰিলা নমস্কাৰ ॥
অনন্তৰে বসিবাক দিলা কুশাসন।
আনন্দে বসিলা ঋষি স্মৰি নাৰায়ণ ॥ ৮০৩
বুলিলন্ত বাণী ৰাজা তেজিয়া নিশ্বাস।
বৃদ্ধ পিতৃ মাতৃৰ বনত ভৈলা বাস ॥
আজি দুই বৰ্ষ মানে নাহিকে বাতৰি।
তিনিজনে কেনমতে আছে প্ৰাণ ধৰি ॥ ৮০৪
তিনিয়ো লোকৰ বাৰ্ত্তা আপুনি জানাহা।
অন্ধ জ্যেষ্ঠ পিতৃৰ কুশল বাৰ্ত্তা কহা ॥
ভালে কি আছন্ত মুনি গান্ধাৰীৰ গাৱ।
ভালে কি আছন্ত কুন্তী মোৰ নিজ মাৱ ॥ ৮০৫
মহাসন্ত সঞ্জয়ৰ কহিয়ো বাতৰি।
যাৰ উপদেশচয় আপদৰ তৰী ॥
নাৰদে বোলন্ত বাণী শুনা ধৰ্ম্মৰাজ।
তোমাক দৰ্শন পাই তপোবন মাজ ॥ ৮০৬
সেহিকালে গৈলো আমি তীৰ্থ পৰ্য্যটনে।
নানা তীৰ্থ ভ্ৰমিলোহো সন্ত সম্ভাষণে ॥
ঘূৰি ফুৰি পুনু পাইলো সেহি তপোবন।
যৈত আছে শতযূপ ৰাজৰ্ষি প্ৰধান ॥ ৮০৭
তথাপি শুনিলো বাণী সঞ্জয়ৰ মুখে।
অনন্তৰে তাঙ্ক বিবৰিবো তযু পাশে ॥
বাৰ্ত্তা শুনি নৰপতি নকৰিবা শোক।
চিৰঞ্জীৱ নহয় জানিবা কোনো লোক ॥ ৮০৮
কালে উতপতি হই কালে সমে মৰে।
দেহৰ পতন মাত্ৰ আৰো দেহ ধৰে ॥
জ্যেষ্ঠ পিতা অন্ধৰাজ বনিতা গান্ধাৰী।
তাহান লগতে কুন্তী নৰদেহা এৰি ॥ ৮০৯
তিনিজনে মহা ধ্যানে গৈলা পৰলোক।
শুনিয়োক যেনমতে মৃত্যু মিলিলেক ॥
তুমি যেবে আসিলাহা হস্তিনা নগৰ।
মহাতপ লাগি আশা ভৈলন্ত অন্ধৰ ॥ ৮১০
এতেকে গান্ধাৰী কুন্তী সঞ্জয় সহিত।
আশ্ৰমক এৰি গৈলা উত্তৰ দিশত ॥
যাহন্তে যাহন্তে পাইলা তীৰ্থ হৰিদ্বাৰ।
তথাত তপস্যা আৰম্ভিল অনন্তৰ ॥ ৮১১
ফল মূল আদি সবে কৰি পৰিত্যাগ।
ঘোৰ তপ আৰম্ভিল অন্ধ মহাভাগ ॥
একাঞ্জলি জলে নিতে গান্ধাৰী সেৱয়।
মাসে একদিন কুন্তী ফল জল খায় ॥ ৮১২

পঞ্চম দিবস অন্তে সঞ্জয় সজ্জন।
ফল জল পান কৰি ৰাখিলন্ত প্ৰাণ ॥
হেনমতে যেৱে দুইবৰ্ষ গৈলা বই।
অতি নিশকতি ভৈলা পিতা মাতা দুই ॥ ৮১৩
অস্থি চৰ্ম্ম সাৰ চলিবাক শক্য নাই।
যেন কোনমতে জঙ্কা মাত্ৰ আছে ৰই ॥
হেন অৱস্থাত দেখা দৈৱৰ বিপাক।
আচম্বিতে অগনিয়ে গ্ৰাসিলে বনক ॥ ৮১৪
বহয় প্ৰচণ্ড বায়ু জানা সিবেলাত।
কৰিছে সহায় যেন অগ্নিক্‌ক সাক্ষাত ॥
বায়ুৰ সহায়ে চাৰি দিশক আৱৰি।
ভস্ম কৰি আহে ভয়ঙ্কৰ মূৰ্ত্তি ধৰি ॥ ৮১৫
সিটো অগনিৰ দেখি শিখাৰ আস্ফাল।
বন পশু সমস্তয়ে কৰে কোলাহল॥
কেহো মহা জাম্পে গৈলা অগ্নিক ডেৱাই।
কেহো অগনিত পৰি পুৰি ভৈলা ছাই ॥ ৮১৬
অগ্নিৰ আস্ফাল শুনি অন্ধে বোলে বাক।
শুনাহা সঞ্জয় তুমি আমাৰ কথাক ॥
মহাবেগে চলিয়োক তুমি ঝাণ্ট কৰি।
আমাৰ লগত কেনে মৰিবাহা পুৰি ॥ ৮১৭
বিশেষ বুজিবা তুমি তেজি বনবাস।
তপস্যা কাৰণে আসিলোহো বনবাস ॥
স্বৰূপে তপস্বী আমি নাহি আন ভাৱ।
মহাতপে আৰাধিলো ইষ্টদেৱ পাৱ ॥ ৮১৮
উপবেশনত যদি বায়ুক নিৰোধি।
কিবা জল অনলত মিলে মৃত্যু বিধি ॥
তপস্বী জনৰ নাহি ইসে কিছু দোষ।
নিশ্চয় সদগতি পায় এৰি দেহ ক্লেশ ॥ ৮১৯
কিন্তু শৰীৰত শক্তি যাৱত থাকয়।
জল কিম্বা অগনিত প্ৰাণ নেতেজয় ॥
এতেকে তোমাক পুনু বোলো ঝাণ্ট কৰি।
আপুনাৰ প্ৰাণ ৰাখা অগনিক এৰি ॥ ৮২০
এহিবুলি ধৃতৰাষ্ট্ৰ গান্ধাৰী সহিত।
বন সহচৰী মাৱ কুন্তী সমন্বিত ॥
তিনিজনে বসিলন্ত মহাধ্যান ধৰি।
সঞ্জয় তেখনে গৈলা অগনিক এৰি ॥ ৮২১
অনন্তৰে অগনি আসিয়া পাইলা পাশ।
মহাবন দহি যেন প্ৰাণত উল্লাস ॥
হেন অগনিত তিনি এৰিলন্ত প্ৰাণ।
আধা পোৰা হই ৰৈলা অস্থি তিনিখান ॥ ৮২২
অন্ধৰ আদেশে যেন উছৰ্গি প্ৰাণক।
বৰদুখে সঞ্জয় এৰাইলা অগনিক ॥
অগ্নিক এৰাই মন ভৈলন্ত হতাশ।
থাকিলন্ত ধ্যানে চাহি পুৰিবাৰ দিশ ॥ ৮২৩
বনক দহিয়া অগ্নি যেৱে গৈল দূৰ।
সঞ্জয় চলিল সেহি স্থানে অনন্তৰ ॥
দেখিলা তিনিৰো অস্থিচয় বিদ্যমানে।
তিনিকো প্ৰণাম কৰিলন্ত শোক মনে ॥ ৮২৪
অনন্তৰে মহাসন্ত বনক এৰিল।
শীঘ্ৰে গই শতযূপ আশ্ৰমে মিলিল ॥
সেহিবেলা আমিয়ো আছিলো জানা তৈত।
সঞ্জয় কহিলা বাৰ্ত্তা ঋষি সমাজত ॥ ৮২৫
বাৰ্ত্তা কহি সঞ্জয় সবাকো প্ৰণামিলা।
বদৰিকাশ্ৰম লাগি গমন কৰিলা ॥
শুনি নিজ কৰ্ণে আমি হেন বিৱৰণ।
তুৰন্তে আসিলো মই তোমাৰ কৰণ ॥ ৮২৬
তথু পিতৃ মাতৃৰ বৃত্তান্ত হেন শুনি।
মনত আশঙ্কা আনি যত ঋষি মুনি ॥
শোক নকৰিলা কেহো আনন্দ হৃদয়।
বোলে অপঘাতীৰ সদগতি কৈত হয় ॥ ৮২৭
এতেকে কহিলো বাৰ্ত্তা যেন অবগত।
শোক নকৰিবা জানি ইটো ধৰ্ম্মমত ॥
আপুন ইচ্ছাত ধৃতৰাষ্ট্ৰ নৰপতি।
মহাজ্ঞান বলে কুন্তী গান্ধাৰী সহিতি ॥ ৮২৮
নৰনাট এৰি গৈলা আপুনাৰ লোক।
কিবা হেতু তাহাৰ কাৰণে কৰা শোক ॥
এহি বুলি ভৈলা আৰ নাৰদে নিচুক।
মনে সুমৰিলা ইষ্টদেৱ মাধৱক ॥ ৮২৯

শুনিয়োক সৰ্ব্বজন ভাৰতৰ পদ।
শ্ৰৱণ কীৰ্ত্তনে যেৱে তৰিবা আপদ॥
বিৰচিল কালিদাস সন্ত সেৱা ধৰি।
নিৰন্তৰে ডাক ছাৰি বোলা হৰি হৰি॥ ৮৩০

---

ছবি

বৈশম্পায়ন মুনি কয় শুনা ৰাজা জন্মেজয
নাৰদে সম্বুধি যুধিষ্ঠিৰ।
কহিলা বাৰ্ত্তাক যেৱে অগনিৰ মহা ৰোষে
পিতৃ মাতৃ তেজিল শৰীৰ॥
মনত ভৈলন্ত দুখ কান্দো কান্দো ভৈল মুখ
শোকত নিমাত যুধিষ্ঠিৰ।
চাৰি ভ্ৰাতৃ কাঢ়ে ৰাৱ কৈক গৈলা স্নেহ মাৱ
জীউ মানে নেদেখিবো আৰ॥ ৮৩১
অন্তেসপুৰক ছানি গৈলা যেৱে সিটো বাণী
সুভদ্ৰা দ্ৰৌপদী দেৱী শুনি।
হায় মৰিলোহো বুলি দুজনে পৰিল ঢলি
মুখে নসঞ্চৰে কিছু বাণী॥
আন আন নাৰী যত শোকে ভৈলা অভিভূত
কান্দে সবে কুন্তীক সুমৰি।
দয়াৰ শাশুৰী আই তোক মনে পাহৰাই
আমি সবে থাকো কেন কৰি॥ ৮৩২
পাত্ৰ মিত্ৰ পুৰোহিত সমজ্যাৰ লোক যত
শুনি সবে মৃত্যু নিবন্ধন।
সবে বোলে হায় হায় অগনিৰ তাপ পাই
অন্ধৰাজে তেজিল জীৱন।
এতেক দাৰুণ বোল চাৰিদিশে ভৈল ৰোল
শুনি যুধিষ্ঠিৰ সন্ধুকিয়া।
বোলে সবিনয় বাণী শুনিয়োক মহামুনি
প্ৰাণ কেনে নযায় ছাৰিয়া॥ ৮৩৩
কাৰ্ত্তিক মাসৰ জল যেন সূৰ্য্য তাপে শোষে
হেনমনে শুষিল আমাক॥

কহিয়োক প্ৰভু মোক কেনমতে ইটো শোক
পাসৰিবো অন্তোষি আত্মাক॥
বৃথা মোৰ ৰাজ্যযোগ বৃথা মোৰ সুখভোগ
কেনমতে থাকো প্ৰাণ ধৰি।
যাৰ পুত্ৰ থাকন্তেও অনাথ জনৰ দৰে
বনে পিতৃ মাতৃ গৈলা মৰি॥ ৮৩৪
কুৰুকুল অধিকাৰী প্ৰবল প্ৰতাপশালী
তাৰ কেনে ভৈল শেষ গতি।
বনপোৰা অগনিযে দহিলন্ত জীৱন্ততে
তেৱে মৃত্যু ভৈলন্ত সঙ্গতি॥
এতেক কাৰ্য্যক চাই নিশ্চয় বুজিলো মই
পুৰুষৰ ভাগ্যে কিবা হয়।
যাৱত নযায় প্ৰাণ নাহি তাৰ সমিধান
মাত্ৰ অহন্মমে নানা কয়॥ ৮৩৫
শৌৰ্য্যে বীৰ্য্যে বিশ্বখ্যাত যাৰ পুত্ৰ একশত
যাৰ দেহ যেন বজ্ৰসাৰ।
ৰাজা মহাৰাজা আসি যাঙ্ক দুৱাৰত ৰখি
সন্তোষে জনায় নমস্কাৰ॥
হেন মহা নৰেশ্বৰ অগনিত পুৰি মৰে
শুনন্তে লোকত আচৰিত।
শুনা শুনা ঋষিৰাজ দৈৱৰ বিষম কাজ
এবেসে বুজিলো স্বৰূপত॥ ৮৩৬
পৰম সুন্দৰীগণ কাষে থাকি অনুক্ষণ
তালপত্ৰে যাহাঙ্ক বিঞ্চয়।
হেন জন মহাৰায় অগ্নিত দগধ হই
কাকপুচ্ছে ব্যঞ্জন ভুঞ্জয়॥
নট ভাটে কৰে স্তুতি তেৱে এৰি নিদ্ৰা প্ৰীতি
যিবাজনে জাগিয়া উঠয়।
আমাৰ কৰ্ম্মৰ দোষে ভাৰ্য্যাসহ বনবাসে
ভূমিশয্যা কৰিলা আশ্ৰয়॥ ৮৩৭
পতিব্ৰতা শান্তি ঘোৰ গান্ধাৰী জননী মোৰ
তাঙ্ক লাগি নাহি মনে শোক।
পতিৰ সেৱাত ৰই পতি অনুগামী হই
নিশ্চয় লভিব পতিলোক॥

ইসে ভৈল বৰ শোক লোকবাদ পাইলেক
যাৰ পুত্ৰে ধৰণীৰ পতি।
যাৰ ভ্ৰাতৃ পুত্ৰ কৃষ্ণ উজ্জ্বলাই যদুবংশ
সজ্জনৰ সাধিল পীৰিতি ॥ ৮৩৮
হস্তিনাৰ মহাদই হেন মোৰ কুন্তী আই
গৃহাশ্ৰম কৰি পৰিহাৰ।
সুমৰণে কথা সিটি যায় যেন প্ৰাণ ফুটি
বনক ভৈলন্ত আগুসাৰ ॥
মাৰক স্মৰণ কৰি যেন শোকানলে পুৰি
শৰীৰক পাইলা মৃত্যু জৰা।
ধিক ধিক পৰাক্ৰম ঐশ্বৰ্য্য সম্পদ বল
জীৱন্ততে ভৈলো আমি মৰা ॥ ৮৩৯
কালৰ কি সূক্ষ্ম গতি লোকে নাই অনুভূতি
যাৰদেকে নহয় প্ৰচাৰ।
কোনে ভাবিছিল হায় ভীম অৰ্জ্জুনৰ মাৰ
ঘোৰ বনে কৰি হাহাকাৰ ॥
মহাদীন অনাথৰ দৰে কান্দি বাৰম্বাৰ
কাল মূৰ্ত্তি অগ্নিক সাৱটি।
অৰ্দ্ধদগ্ধ ভৈল যেৱে পৰাণ তেজিল তেৱে
এতেক আছিল পৰিণতি ॥ ৮৪০
মিছাতেসে ধনঞ্জয় গাণ্ডীৱ হাতত লই
অগ্নিৰ তোষণ অভিপ্ৰায়।
পুৰিলা খাণ্ডৱ বন পশু পক্ষী কৰি ছন্ন
অকৃতজ্ঞ বহ্নিৰ হৃদয় ॥
ব্ৰাহ্মণৰ বেশ ধৰি বিমৰিষে কৰযুৰি
অৰ্জ্জুনত মাগিছিল ভিক্ষা।
হই অৰ্জ্জুনৰ আই হেন অগনিৰ ঠাই
কিবা দোষে নাহি ভৈল ৰক্ষা ॥ ৮৪১
ততোধিক শোক মোৰ তপনিষ্ঠ নৰেশ্বৰ
মন্ত্ৰপুত বহ্নিক ৰাখয়।
হেনয় বহ্নিক এৰি বনৰ বহ্নিত পৰি
কিবা দোষে পৰাণ তেজয় ॥
হেন চিন্তা ভৈলা মোৰ দাবানল মূৰ্ত্তি ঘোৰ
যেতিক্ষণে মাৰক বেঢ়ি লৈলা।
মাতৃ পাৰিলন্ত ৰাৱ কৈত মোৰ বাপ মাৱ
পুন্মু পুন্মু আটাসেক দিলা ॥ ৮৪২
কৈত বাপ যুধিষ্ঠিৰ কৈত বাপ বৃকোদৰ
কৈত পাৰ্থ নকুল কুমাৰ।
কৈত পুত্ৰ সহদেৱ অগনি পুৰিল সবু
অগনিত প্ৰাণ যায় মোৰ ॥
কৈত পুত্ৰ পৰিজন কৈতবা বান্ধৱগণ
সমস্তয়ে মিছাৰ বান্ধোন।
আমি ধৰণীৰ ৰাজা সিটোজন মহাতেজা
সমস্তয়ে নিদ্ৰাৰ সপোন ॥ ৮৪৩
আমি কিনো অজ্ঞলোক দেখিয়ো নেদেখো তাক
মোৰ মোৰ বুলি সবে মৰো।
কহিয়োক মহামুনি কিবা প্ৰবোধক আনি
ইটো শোক সাগৰক তৰো ॥
হেনমতে নানা খেদ কৰি ৰাজা যুধিষ্ঠিৰ
মহাদুখে কান্দে দীৰ্ঘৰাৱে।
যুধিষ্ঠিৰ শোকবাণী সকলো প্ৰজাই শুনি
সবে কান্দিলন্ত নানা ভাৱে ॥ ৮৪৪
শুনা সমাজিক নৰ পুণ্যকথা ভাৰতৰ
নকৰিবা আত উপহাস।
দৈৱৰ বিষম গতি লোকে নাহি অনুভূতি
যাৱে নোহে সময়ে প্ৰকাশ ॥
জানি দম্ভ দ্বেষ এৰা আপুনাৰ কৰ্ম্ম কৰা
ইসে লোক ধৰ্ম্ম অনুপাম।
সাধিবা আপোন গতি হৰি নামে কৰা ৰতি
সৰ্ব্বক্ষণে বোলা ৰাম ৰাম ॥ ৮৪৫

---

যুধিষ্ঠিৰৰ প্ৰতি নাৰদৰ প্ৰবোধ বাক্য আৰু ধৃতৰাষ্ট্ৰ,
গান্ধাৰী আৰু কুন্তীৰ প্ৰেতকাৰ্য্য সমাপন

পদ

মুনি বোলে শুনা ৰাজা অন্ধৰ সন্তাপে।
প্ৰজাসবে কান্দে যেৱে অশেষ বিলাপে ॥
ভ্ৰাতৃসমে যুধিষ্ঠিৰ কান্দে উচ্চ বোলে।
পাত্ৰ মন্ত্ৰী পুৰোহিতে কান্দন্ত বিকলে ॥ ৮৪৬

হেন দেখি মৃদু বাক্যে ধৰ্ম্মক সম্বোধি।
নাৰদে বোলন্ত বাণী সবাক প্ৰবোধি ॥
কুৰুপতি ধৃতৰাষ্ট্ৰ আৰো দুহো মাই।
বনপোৰা বৃথানলে দগ্ধ হোৱা নাই ॥ ৮৪৭
গঙ্গাতীৰে আছিলন্ত মহৰ্ষিসকল।
সবে বোলে তিনিজনে স্বৰ্গ লাগি গৈল ॥
অন্ধৰাজ ধৃতৰাষ্ট্ৰ থাকি হৰিদ্বাৰ।
যেবে আসিলন্ত পুনু বনৰ ভিতৰ ॥ ৮৪৮
বনত প্ৰবেশ কালে যজ্ঞ কৰিলন্ত।
যজ্ঞবহ্নি এৰি তৈত বনে চলিলন্ত ॥
যাজক ব্ৰাহ্মণে সেই যজ্ঞৰ অনল।
নিৰ্জন বনত থৈলা কিছু নাভাবিল ॥ ৮৪৯
ক্ৰমে সেহি অগনিয়ে বনক দহিল।
সেহি অগনিত জানা প্ৰাণ সমৰ্পিল ॥
এতেকে বুজিবা ধৰ্ম্মৰাজ যুধিষ্ঠিৰ।
আপুনাৰ যজ্ঞানলে পিতৃৰ মাতৃৰ ॥ ৮৫০
মৰণ মিলিল জানা নিষ্ঠে স্বৰ্গে গৈলা।
মনৰ মানস যেন হেন স্থান পাইলা ॥
দুৰ্য্যোধন আদি কৰি কুৰু মহাবীৰ।
বংশৰ বিবাদে যেবে ভৈল মষিমুৰ ॥ ৮৫১
পঞ্চদশবৰ্ষ অন্ধ থাকিল ৰাজ্যত।
ৰাজভোগ ভুঞ্জিল জানিবা প্ৰতিনিত ॥
পঞ্চদশ অন্তে গৈলা বৰ্ণাশ্ৰম লাগি।
আহাৰ বিহাৰ এৰি ভৈলা মহাযোগী ॥ ৮৫২
তিনিবৰ্ষ হৃদয়ত ধৰি ইষ্ট ধ্যান।
মহাধ্যানে যজ্ঞানলে তেজিল পৰাণ ॥
এতেকে ভৈলন্ত নিষ্ঠ মুকুতিৰ পাত্ৰ।
শুনিয়োক সভাসদ কিবা পাত্ৰ মিত্ৰ ॥ ৮৫৩
নকৰিবা কেবে শোক মৃতক কাৰণ।
আপুন ধ্যানত তিনি এৰিলন্ত প্ৰাণ ॥
সবাৰো সদগতি জানা মিলিল নিশ্চয়।
সত্য সত্য সত্য ইটো নাহিক সংশয় ॥ ৮৫৪
জানি অনন্তৰে অনুশোচ পৰিহৰি।
প্ৰেতকৰ্ম্ম কৰিয়োক কুলধৰ্ম্ম ধৰি ॥

এহিবুলি দেৱঋষি কৰিলা প্ৰস্থান।
নাৰদৰ বাক্যে সবে সুস্থ কৰি মন ॥ ৮৫৫
অনন্তৰে পঞ্চভ্ৰাতৃ আলোচনা কৰি।
অশৌচ ধৰিলা ৰঙ্গে তৃণ শয্যা ধৰি ॥
পৰম বান্ধৱগণে মাতি যুধিষ্ঠিৰ।
অনন্তৰে বোলে বাণী কৰি কৰযোৰ ॥ ৮৫৬
হৰিদ্বাৰে যাহা সবে হেন বনমাজ।
যৈত প্ৰাণ এৰিলন্ত মোৰ অন্ধৰাজ ॥
তিনিৰো অস্থিক আনা তথাত বিচাৰি।
বান্ধৱৰ কাৰ্য্য ইটো জানা নিষ্ঠ কৰি ॥ ৮৫৭
শুনি ইষ্টসবে অস্থি আনিবাক গৈলা।
প্ৰেতকাৰ্য্য লাগি নৃপ যোগাৰ কৰিলা ॥
অনন্তৰে মিত্ৰসবে অস্থিক আনিলা।
দশদিন অন্তে যেবে দশ পিণ্ড দিলা ॥ ৮৫৮
পিণ্ড অন্তে গন্ধ দ্ৰব্য আৰো ফুল ফলে।
অস্থিক অৰ্চ্চনা কৰি জয়ধ্বনি বোলে ॥
গঙ্গাত দিলন্ত অস্থি অৰ্ঘ উচৰ্গাই।
সমৰ্পণ কৰি সেৱিলন্ত পাঞ্চো ভাই ॥ ৮৫৯
ত্ৰয়োদশ দিনে কৰিলন্ত শুদ্ধি কৰ্ম্ম।
পাৰে মানে দিলা দান ৰাখি কুলধৰ্ম্ম ॥
হয় হস্তী ধেনু বৎস চতুৰ্দ্দোল যান।
সুবৰ্ণৰ অলঙ্কাৰ বস্ত্ৰ আভৰণ ॥ ৮৬০
শয্যা ভুমি বৃষ দিলা মৃতক উদ্দেশ।
হেনমতে কৰ্ম্মকাণ্ড কৰিলন্ত শেষ ॥
শুনিয়োক জন্মেজয় কথা আত পৰ।
শান্তনিষ্ঠ ধৰ্ম্মনিষ্ঠ ৰাজা যুধিষ্ঠিৰ ॥ ৮৬১
ৰাজনীতি ধৰ্ম্মনীতি উভয়কে ধৰি।
থাকিলন্ত প্ৰজাসবে প্ৰতিপাল কৰি ॥
দৰিদ্ৰক দিয়া নিতে অন্ন বস্ত্ৰ দান।
প্ৰজাৰ মিলিল সুখ আৰোগ্য জীৱন ॥ ৮৬২
মহাভাৰতৰ আশ্ৰমিক পৰ্ব্ব কথা।
পাণ্ডৱৰ মিলিলন্ত মহা শোক ব্যথা ॥
অনন্তৰে এহিমানে ভৈলা সমাপতি।
শুনিয়োক সভাসদ আমাৰ মিনতি ॥ ৮৬৩

যিবাজনে শুনে কথা আশ্ৰমিক পৰ্ব্ব।
দূৰ হয় অন্তৰৰ অহম্মম গৰ্ব্ব॥
পৰলোক লাগি চিন্তা উপজয় মনে।
এতেকে সন্তোষ সাধে দয়া ধৰ্ম্ম গুণে॥ ৮৬৪
দয়া ধৰ্ম্ম গুণে যাৰ শৰীৰ ভূষিত।
ইহ পৰকালে সাধিলেক মহাহিত॥
ইহ কালে মিলে শান্তি সুখ কীৰ্ত্তিচয়।
পৰকালে পুণ্যবলে বৈকুণ্ঠক পায়॥ ৮৬৫
নমো নমো কৃষ্ণদেৱ পুৰুষ উত্তম।
সৰ্ব্ব পুৰুষাৰ্থ সাৰ যাৰ যশ-নাম॥
সৰ্ব্বধৰ্ম্ম শিৰে যাৰ ভকতি বিকাশ।
মঙ্গলৰো সুমঙ্গল যাৰ নাম যশ॥ ৮৬৬
যাৰ সেৱা মনে ধৰি নাম মাত্ৰ স্মৰি।
পতিতে লভয় গতি আপদক তৰি॥
হেন কৃষ্ণদেৱ পাৱে পুনু নমস্কাৰ।
আপোন দায়ায়ে দিয়া সেৱা অধিকাৰ॥ ৮৬৭
পতিত পাৱন জানি ধৰিলো চৰণ।
পতিতক উদ্ধাৰিয়ো নাথ নাৰায়ণ॥
বিৰচিল কালিদাস লৈয়া কৃষ্ণ নাম।
সৰ্ব্বক্ষণে বোলা সবে কৃষ্ণ হৰি ৰাম॥ ৮৬৮

(আশ্ৰমিক পৰ্ব্ব সমাপ্ত)

অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

## মুষলপৰ্ব্ব

প্ৰস্তাৱনা

জয় নমো নাৰায়ণ বিঘিন খণ্ডন।
সত্য সনাতন নিত্য আদি নিৰঞ্জন॥
সনক সনন্দ যোগী যাহাক ধিয়ায়।
কৰো মই মূঢ়মতি প্ৰণতি সদায়॥ ৩৫০৮৭
শুকদেৱ নাম ভক্ত মুকুতি যাহাৰ।
জ্ঞান বিজ্ঞান তদঙ্গ ৰহস্য যে সাৰ॥
সগুণ নিৰ্গুণ আদি অন্ত নাই যাৰ।
হেনয় গুৰুৰ পদে কৰিলোহো সাৰ॥ ৩৫০৮৮
নামৰূপ ৰস গুণ স্থিতি ভেদ নাই।
সমস্ত ব্ৰহ্মাণ্ড যিটো ভৰিয়া আছয়॥
কটাক্ষতে কৰে যিটো সৃষ্টি স্থিতি লয়।
হেন ব্ৰহ্মপদে মোৰ প্ৰণাম সদায়॥ ৩৫০৮৯
কালমায়া গুণ কৰ্ম্ম অধীন যাহাৰ।
অখিল ব্ৰহ্মাণ্ড কৰে পালন সংহাৰ॥
যাহাক সেৱন্ত সদা ব্ৰহ্মা মহেশ্বৰ।
জয় জয় সৰ্ব্বশক্তি অমৃত সাগৰ॥ ৩৫০৯০
পূৰ্ণ মূৰ্ত্তি ধৰি প্ৰভু কৃষ্ণ ৰূপ ভৈলা।
দুষ্ট কংস মাতুলক নিধন কৰিলা॥
যদুবংশসূৰ্য্য হুই দুষ্টক দমিলা।
বাসুদেৱ দৈৱকীক মুকুত কৰিলা॥ ৩৫০৯১
মোৰ হৃদি গুৰুৰূপে হইয়া উদয়।
কৰা মোৰ পাপনাশ তুমি দয়াময়॥
কতেক কৰিলো পাপ সীমা সংখ্যা নাই।
উদ্ধাৰ কৰিয়ো বাপ ধৰো তুৱা পাৱ॥ ৩৫০৯২
তুমি মহেশ্বৰ দেৱ নিত্য নিৰঞ্জন।
সেৱোহো সদায় বাপ অৰুণ চৰণ॥
মহা মহা বিশ্বদ্ৰোহী তৰে লৈলে নাম।
হেন নাৰায়ণ পদে আমাৰ প্ৰণাম॥ ৩৫০৯৩
আমি অতি শিশুমতি নাহি একো বোধ।
একো কাজে স্থিৰ নহো মায়ায়ে মুগুধ॥
পদ্মপত্ৰে জল যেন অস্থিৰ সদায়।
মযমত্ত ভাৱে থাকো সুখ শান্তি নাই॥ ৩৫০৯৪
আশাৰ নাহিকে অন্ত চিন্তায় আকুল।
ধন ধান আশে থাকো হইয়া ব্যাকুল॥
ভাৰত পুৰাণ কাব্য আতিকে গহন।
পদ ভাঙিবাক লাগি ভৈল মোৰ মন॥ ৩৫০৯৫
কৃপাৰ সাগৰ তুমি যদি দিলা মতি।
হৃদি স্থিতি হুই তেনে কৰা সমাপতি॥
শগুনক দেখি মই টিপচি চৰাই।
আকাশক উৰিবাক কৰো অভিপ্ৰায়॥ ৩৫০৯৬
পঞ্চ পাণ্ডৱৰ তুমি সখা কৃপাময়।
ভাৰত পুৰাণে ভৰা তব গুণচয়॥
তাতে আৰো মুষল পৰ্ব্ব যদুবংশ কথা।
তোমাৰ প্ৰয়াণ লীলা নাহি অন্যথা॥ ৩৫০৯৭

পদবন্ধে বৰ্ণাইবাক যদি আছে মন।
হৃদয়ত প্ৰভু মোৰ নাহিকে গিয়ান॥
তোমাৰ একান্ত ভৃত্য পূৰ্ব্ব কৱিগণ।
বিৰচিলা নানা ছন্দে ভাৰত পুৰাণ॥ ৩৫০৯৮
সিসবৰ পদচিহ্ন কৰি সুমৰণ।
বিৰচিবো পদ প্ৰভু দিবা মোক জ্ঞান।
তব পাদ-পদ্ম দুই হৃদয়ত ধৰি।
গুৰুপদ মনে মই শিৰোগত কৰি॥ ৩৫০৯৯
মুষল পৰ্ব্বৰ কথা হৰিৰ চৰিত।
পৃথুৰাম দ্বিজে ভণে হইয়া বিনীত॥
কৃষ্ণৰ স্মৰণে হউক আৰম্ভৰ সিদ্ধি।
কৰোযোৰে মাগো দয়া কৰিয়োক বিধি॥৩৫১০০
অল্প বুদ্ধি হুইয়া বৰ কৰিলো আৰম্ভ।
সভাসদগণে নকৰিবা উপালম্ভ॥
গৰুড় উৰয় যদি কৈলাশ উপৰে।
চটকে উৰিতে কিবা বাধা হইতে পাৰে॥৩৫১০১
মাধৱ কন্দলী আদি কবি অপ্ৰমাদী।
তেহে বিৰচিলা পূৰ্ব্বে ৰামায়ণ আদি॥
শঙ্কৰ মাধৱ শিৰোমণি বৈষ্ণৱৰ।
কামৰূপে ভকতিক কৰিলা প্ৰচাৰ॥ ৩৫১০২
মহা ভাগৱত গ্ৰন্থ আতিকে মধুৰ।
নানা বিধ ছন্দে ৰচি কৰিলাহা পূৰ॥
অনন্ত কন্দলী আদি ৰাম সৰস্বতী।
হৰিহৰ বিপ্ৰ আৰো হেম সৰস্বতী॥ ৩৫১০৩
কেশৱ চৰণ দেৱ গোপাল চৰণ।
জয়ৰাম ৰঘুনাথ যে ৰামচৰণ॥
দৈত্যাৰি জয়হৰি পণ্ডিত গহন।
সমস্ত সাধুৰ পদে কৰিলো বন্দন॥ ৩৫১০৪
কৃষ্ণৰ চৰণ দুই হৃদয়ত ধৰি।
শ্ৰীগুৰুৰ চৰণক মনে সাৰ কৰি॥
আৰম্ভিলো পদ মোক নকৰিবা নিন্দা।
নাহি মোৰ আশা নকৰিবা অভিনন্দা॥ ৩৫১০৫
শুনিয়োক সবে কথা কৃষ্ণৰ চৰিত্ৰ।
ভকতত পৰে যাৰ নাহি আৰ মিত্ৰ॥
ভকতৰ বন্ধু কৃষ্ণ হৈলা অৱতাৰ।
যত মহাপাপ দূৰ ভৈলা সংসাৰৰ॥ ৩৫১০৬

### ভক্ত শ্ৰুতদেৱ আৰু বহুলাশ্ব নৃপতিৰ শ্ৰীকৃষ্ণ দৰশন

আছিলেক দ্বিজ এক শান্ত মহাজন।
কৃষ্ণৰো পৰম প্ৰিয় ভকত শোভন॥
শ্ৰুতদেৱ নাম তাৰ জগতে প্ৰখ্যাত।
কৃষ্ণ নাম শ্ৰৱণতে ভৈলাহা সাক্ষাত॥ ৩৫১০৭
কত যোগী অষ্টাঙ্গ যোগক যত্নে কৰি।
নানা ধৰ্ম্ম আচৰি নাপায় প্ৰাণ হৰি॥
কৃষ্ণ কথা শুনি মাত্ৰ মহাভক্ত ভৈলা।
শ্ৰুতদেৱ বুলি তেহে নামক লভিলা॥ ৩৫১০৮
শ্ৰৱণ-কীৰ্ত্তন ধৰ্ম্ম নৱধা ভকতি।
একান্ত শৰণে দেৱে কৰে প্ৰতিনিতি॥
কৃষ্ণতেসে মন প্ৰাণ কৃষ্ণ মাত্ৰ ধ্যান।
কৃষ্ণক ভকতি কৰি ভৈলা পূৰ্ণকাম॥ ৩৫১০৯
শ্ৰুতদেৱ সৰ্ব্বজ্ঞান দেৱজ্ঞ প্ৰবীণ।
ভৈলা অনাশক্ত তেহে নাহি কাম আন॥
পৱিত্ৰ বিদেহ ৰাজ্য জনক ৰাজাৰ।
মিথিলা সুন্দৰ পুৰী অতি মনোহৰ॥ ৩৫১১০
গৃহাশ্ৰমী ৰূপে তাতে থাকে শ্ৰুতদেৱ।
নাহি লোভ মোহ কাম কৰে মাত্ৰ সেৱ॥
যত দুখী ভিক্ষী দেখে কৰে ধন দান।
ৰোগী ভোগী মূৰ্খ জ্ঞানী কৰে সম জ্ঞান॥ ৩৫১১১
কোন বস্তু নমাগয় সন্তোষ সদায়।
যিবা পায় ভাবে কৃষ্ণ কৃপাত মিলয়॥
যিবা বস্তু লাগে মাত্ৰ তাকে দ্বিজে ভুঞ্জে।
অতিৰিক্ত বস্তু মানে বিলাৱন্ত ৰঙ্গে॥ ৩৫১১২
মিথিলাৰ ৰাজা এক বহুলাশ্ব নাম।
জ্ঞানী দানী মানী কৃষ্ণভক্ত আত্মৰাম॥
ৰাজা সম্বোধনে তাৰ অসুখ সদায়।
সম ব্যৱহাৰ মাত্ৰ বাঞ্ছে সৰ্ব্বঠায়॥ ৩৫১১৩
বহুলাশ্ব নৃপতি যে আতি শুভানয়।
কৰাৱে কৃষ্ণৰ যাত্ৰা আনন্দ সদায়॥

বান্ধৱ কৃষ্ণক মাত্র সেৱে দিনে ৰাতি।
কৃষ্ণ বিনে আন দেৱে নকৰে ভকতি ॥ ৩৫১১৪
বহুলাশ্ব হেন ৰাজা কৃষ্ণত ভকত।
বিপ্র শ্রুতদেৱ মহা বিষয় বিৰত ॥
একান্ত ভকত দুয়ো কৰে কৃষ্ণ সেৱ।
দুয়োৰো আশ্রয় মাত্র কৃষ্ণ এক দেৱ ॥ ৩৫১১৫
সবান্ধৱে কৃষ্ণে মাত্র কৰন্ত ভকতি।
কৃষ্ণ বিনে আনে দুয়ো নকৰয় মতি ॥
হেন শ্রুতদেৱ বিপ্র আতিকে বিশিষ্ট।
বহুলাশ্ব ৰাজা মহা মাধৱত নিষ্ট ॥ ৩৫১১৬
দুহানো আশ্রয় মাত্র যাদৱনন্দন।
দুহান সম্বন্ধে তুষ্ট জানা নাৰায়ণ ॥
বিৰক্ত ভকত দুই আছে মিথিলাত।
চন্দ্র সূৰ্য্য শোভে যেন সমস্ত ভাৰত ॥ ৩৫১১৭
সৰ্ব্বজান হৃষীকেশ দ্বাৰকাৰ ৰায়।
দুই ভক্ত মূৰ্ত্তি অহর্নিশে দেখা পায় ॥
কৃষ্ণে বোলে ভক্ত মোৰ আতিকে মহান।
মোৰে এহি ভকতৰ নাহি একো ভিন ॥ ৩৫১১৮
ভাৰ্য্যা পুত্র কন্যা বন্ধু পায় সৰ্ব্বকাল।
ইহেন ভকত মোৰ মিলে কোনো কাল ॥
যাওঁ মই হওঁ যায় ভক্ত দৰিশন।
এহি ভাবি মাধৱৰ আকুলিত মন ॥ ৩৫১১৯
দাৰুকক দৃষ্টি কৰি শ্রীকৃষ্ণ বদতি।
আনিয়োক ৰথ চাওঁ মিথিলাৰ পতি ॥
কেতিক্ষণে পাওঁ মই ভক্ত দৰিশন।
দুই ভক্তে কৰে মোৰ আকুলিত মন ॥ ৩৫১২০
সজ্জিত কৰিয়া ৰথ যোগাইলা দাৰুকে।
সবান্ধৱে কৃষ্ণ দেৱ উঠিলা কৌতুকে ॥
বিদেহৰ অভিমুখে চলিলা মুৰাৰি।
সুদৰ্শন চক্র ধৰি বোলে হাস্য কৰি ॥ ৩৫১২১
কৰিয়া উৎসৱ মুনিগণ মহাভাগ।
দেখিবো পৰম ভক্ত আজি ৰাত্রিভাগ ॥

সিদ্ধমুনি নাৰদ কৃষ্ণক ৰঙ্গে চাই।
বীণা বাদ্য কৰি যান্ত কৃষ্ণ গুণ গাই ॥ ৩৫১২২
বীৰব্রত শ্রুতধৰ অত্রি বামদেৱ।
চলি যান্ত মহাৰঙ্গে কৃষ্ণে কৰি সেৱ ॥
অসিত অৰুণি মৈত্র আৰো বেদব্যাস।
সঙ্গে যায় পৰশুৰাম আতিকে উল্লাস ॥ ৩৫১২৩
গৰুড়ৰ ধ্বজ শোভে ৰথৰ উপৰে।
শুদ্ধ শ্বেত চন্দ্রতাপ ধৱল চামৰে ॥
মিথিলা নগৰ পাইল দাৰুকৰ ৰথ।
বহুলাশ্ব নৃপ আহি কৰে হেঠ মাথ ॥ ৩৫১২৪
শ্রুতদেৱ বহুলাশ্ব ভক্ত দুইজন।
সবান্ধৱে কৃষ্ণ পাৱে লভিল শৰণ ॥
দুয়ো বোলে কিনো ভাগ্য কিনো ভাগ্য ভৈল।
আপুন গৃহতে হৰি দৰশন দিল ॥ ৩৫১২৫
আথে বেথে পাদ্য অৰ্ঘে চৰণ পূজিল।
গন্ধ পুষ্প দুগ্ধ অন্ন যোগান ধৰিল ॥
ঋষি মুনি সবে মিলি আনন্দে ভুঞ্জিল।
কৃষ্ণ গুণ গাই ৰঙ্গে যন্ত্রত ঠুঙ্কিল ॥ ৩৫১২৬
বহুলাশ্ব বদতি শুনিয়ো জগদীশ।
কুৰুক্ষেত্র যুদ্ধ সাঙ্গে গৈলা কোন দিশ ॥
কোন স্থানে কিবা কাম কৰিলাহা হৰি।
শুনিবাক যোগ্য যদি শুনিয়ো মুৰাৰি ॥ ৩৫১২৭
হেন শুনি হাসি হৰি দিলন্ত উত্তৰ।
যত গৰ্ব্বী সমস্তৰ ভৈল গৰ্ব্ব চুৰ ॥
তোৰা সমজনে ঘোৰ সমৰ ত্যাজিলা।
তাসম্বাৰ আজ্ঞা লৈয়া নিজ স্থানে গৈলা ॥৩৫১২৮
মোৰ প্রাণ সখি গৈল তীৰ্থ কৰিবাক।
একেশ্বৰে ৰথ ডাকি চলিলো ব্রজক ॥
শুনিলোহো অতি গৰ্ব্বী ভৈল বংশধৰ।
দ্বাৰকাক কালমেঘে কৰিলা আন্ধাৰ ॥ ৩৫১২৯
হেন শুনি ব্রজে হৰি বিলম্ব নকৰি।
দাৰুক সহিতে গৈল আপুনাৰ পুৰি ॥

কতোদিন দেৱহৰি থাকে লীলা কৰি।
ৰাত্রি দিন নৃত্য-গীত আনন্দৰ পুৰী ॥ ৩৫১৩০

### শ্রীকৃষ্ণৰ মর্ত্ত্য ভূমি ত্যাগ কৰিবলৈ দেৱতাসকলৰ প্রার্থনা

একদিন আসিলন্ত দেৱ নিৰন্তৰ।
ব্রহ্মা হৰ আদি কৰি দেৱ পুৰন্দৰ ॥
জয় জয় কৃষ্ণ বুলি দিলেক জোকাৰ।
গাৱে গাৱে প্রণাম কৰিলা বাৰম্বাৰ ॥ ৩৫১৩১
নানাবিধ স্তুতি-নতি কৰিলা বিস্তৰ।
দশ দিকপাল আদি তোমাৰ কিঙ্কৰ ॥
পৃথিৱীৰ কাৰ্য্যমানে সাধিলা সকলে।
আৰ নাথাকিবা নাথ এহি মহীতলে ॥ ৩৫১৩২
এহিবুলি দেৱগণ নিজমে ৰহিলা।
দেৱক চাহিয়া কৃষ্ণে বচন বুলিলা ॥
বংশক সংহৰি যাইবো আপুনাৰ থান।
সেহি সময়তে পাইবা তোমাসাৰ থান ॥ ৩৫১৩৩
হেন শুনি দেৱগণে প্রণাম কৰিলা।
আপোনাৰ স্থানে স্থানে সবেও চলিলা ॥
এহিমতে মাসচয় আছিলন্ত হৰি।
মনে আলোচন্ত বংশ নাশো কেন কৰি ॥ ৩৫১৩৪
ব্রাহ্মণৰ বাক্যে বংশ কৰাইবো বিনাশ।
নিশ্চয় কৰিলা প্রভু জনত নিবাস ॥

### যদুবংশৰ ওপৰত ঋষিৰ অভিশাপ

পৰমাত্মা ৰূপে কৃষ্ণ আছন্ত হিয়াত।
যদুবংশ হৈলা পাচে পৰম প্রমত্ত ॥ ৩৫১৩৫
কুমতি কুকথা সবে লাগ ধৰিলন্ত।
ঋষি মুনি তপস্বীক মিছা দেখিলন্ত ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
ঈশ্বৰ ইচ্ছায়ে ঋষি মুনি নিৰন্তৰ ॥ ৩৫১৩৬
পিণ্ডাৰক তীর্থে সবে আসিলা নিশেষ।
মুখ্য মুখ্য নাম কিছো কহিলো বিশেষ ॥
কশ্যপ কপিল মনু কণ্ব কাত্যায়ণ।
পৰাশৰ ভৰদ্বাজ আৰো পৰ্কায়ণ ॥ ৩৫১৩৭
পুলস্তি পুলহ ক্রতু অঙ্গিৰা উত্তম।
বিশ্বামিত্র অবিমুক্ত অৰি ভার্গতম ॥
সনক সৌভৰি ভৃগু দুর্ব্বাসা বশিষ্ঠ।
ভার্গৱ ভাগুৰি নন্দ শুক তপোনিষ্ঠ ॥ ৩৫১৩৮
বামদেৱ সনন্দ নাৰদ ভগৱন্ত।
ইসবে প্রমুখ্যে ঋষি আনো অপৰ্য্যন্ত ॥
পিণ্ডাৰক তীর্থত যে কৰিলন্ত স্নান।
নিত্যক্রিয়া অৱসানে ধৰি আছে ধ্যান ॥ ৩৫১৩৯
সহিতে চাপিল কাল বিধিৰ বিপাকে।
যদুবংশো গৈলা সেহি তীর্থ পিণ্ডাৰকে ॥
তীৰতে দেখিলা গৈয়া ঋষি মুনিগণ।
বোলে বুজিবোহো আজি সবাৰ প্রমাণ ॥ ৩৫১৪০
এহি বুলি সমস্তেও কৰি আলোচন।
স্থানান্তৰ হুয়া পাচে কৰিলা গমন ॥
প্রহৰ অনাইলা সবে স্ত্রীৰ অলঙ্কাৰ।
শাম্বক কৰিলা সবে স্ত্রীৰ যে আকাৰ ॥ ৩৫১৪১
শিখত সিন্দুৰ দিলা পাৱন্দুত নূপুৰ।
ওফন্দাইল পেট গর্ভৱতীৰ আকাৰ ॥
পিন্ধাইলা সর্ব্বাঙ্গে অলঙ্কাৰ নেত শাৰী।
সাক্ষাতে দেখিয় যেন গৰ্ভৱতী নাৰী ॥ ৩৫১৪২
এহিমতে লৈয়া যায় যাদৱকুমাৰ।
প্রবেশিলা সবে যাই সমাজে ঋষিৰ ॥
যদুবংশীগণে বোলে নম্র কৰি কায়।
তোৰাসব সত্য শুদ্ধ কেৱল সদায় ॥ ৩৫১৪৩
কৃপাময় ঋষি-মুনি তোৰা সর্ব্বজান।
ভূত ভবিষ্যত কথা জানা বর্ত্তমান ॥
এই দেখা গৰ্ভৱতী নাৰী দশ মাস।
কিবা কন্যা কিবা পুত্র কিবা হোৱে নাশ ॥ ৩৫১৪৪
ভালমতে গণি-পঢ়ি চাহিয়ো শাস্ত্রত।
স্বৰূপ কহিয়া সবে কহিয়ো আমাত ॥
শুনি মুনি ঋষিগণে চাই যোগবলে।
নাৰী শুহিকয় ইটো জানিলা সকলে ॥ ৩৫১৪৫

ভ্ৰুকুটি কুটিল মুখ আৰক্ত নয়ন।
যদুবংশ সমস্তক বুলিলা বচন ॥
উপজিবে মুষলেক ইহানে শৰীৰে।
মুষলে নাশিবে যদুবংশে নিৰন্তৰে ॥ ৩৫১৪৬
এহিমতে চণ্ডশাপ ঋষি দিলা যেবে।
নিষ্প্ৰাণ বদন ভৈল সমস্ত যাদৱে ॥
দেখা কেনে বিষয়ৰ বিষম যে জাল।
যাদৱ বংশৰ পাচ ধৰিলেক কাল ॥ ৩৫১৪৭
শুনিয়োক সভাসদ কেদিন জীৱন।
সত্বৰে ভজিয়ো কৃষ্ণদেৱৰ চৰণ ॥
কৃষ্ণেসে পৰম দেৱ পৰমাত্মা হৰি।
মই অনাথক নাথ লোৱা দাস কৰি ॥ ৩৫১৪৮
কেৱলে সততে জানা কৃষ্ণৰ চৰণ।
কৃষ্ণ ব্যতিৰেকে নাহি জীৱৰ তৰণ ॥
ধন জন পুত্ৰ ভাৰ্য্যা সবে মাত্ৰ তুচ্ছ।
কহে ৰঘুনাথ সূক্তে বোলা কৃষ্ণ কৃষ্ণ ॥ ৩৫১৪৯

---

ৰজা উগ্ৰসেনৰ আদেশত মুষল গুড়ি কৰি
সাগৰত নিক্ষেপ

দুলড়ী

সমস্ত যাদৱে সামৰাজ যেবে
বস্ত্ৰক গুচাই পাচে।
বসনৰ ধাৰে উদৰ উপৰে
দেখে মুষলেক আছে ॥
সকলকে লৈয়া গমন কৰিয়া
প্ৰবেশ ভৈলা নগৰ।
উগ্ৰসেন ৰায় আছন্ত যথায়
গৈলা সেহি অভ্যন্তৰ ॥ ৩৫১৫০
ৰাজাৰ আগত মুষল দিলন্ত
কৈলা কথা নিৰন্তৰে।
ইসব বৃত্তান্ত কৃষ্ণত নকৈল
যিহেতু ইচ্ছা কৃষ্ণৰ ॥
ৰাজা বোলে আন কমাৰ সুজান
সাক্ষাতে গুড়ি কৰোক।
ৰাজআজ্ঞা মানি কমাৰক আনি
মুষলেক ঘসাইলেক ॥ ৩৫১৫১
ঘসন্তে ঘসন্তে লোহা গুড়ি ভৈলা
কিছো মাত্ৰ শেষ ৰৈলা।
লোহা গুড়ি লৈয়া সাগৰে পেলাই
বোলন্তে দুৰ্গতি গৈলা ॥

উদ্ধৱক শ্ৰীকৃষ্ণৰ পাদুকা দান ; মাদ্ৰৱী বনৰ উৎপত্তি

সহি সময়ত উদ্ধৱে বোলন্ত
কৃষ্ণৰ পাৱত ধৰি।
বংশক সংহৰি বৈকুণ্ঠ নগৰী
যাইবা দ্বাৰকাক এৰি ॥ ৩৫১৫২
হেন শুনি পাচে বলিলা মাধৱে
উদ্ধৱৰ মুখ চাই।
কৈৰো সবে তত্ত্ব ভকতিৰ যত
মোক ভজা সমুদায় ॥
কৰ্ম্মযোগ জ্ঞান আৰো সাঙ্গ যোগ
কৈলা সবে কথা চাই।
আদি অন্ত যত কৈয়া উদ্ধৱত
খৰম দুখানি থই ॥ ৩৫১৫৩
হাতে তুলি ধৰি উদ্ধৱক হৰি
আপুনি মাথাত দিলা।
কৃষ্ণে বোলে সখি নামে প্ৰবৰ্ত্তাৱে
বদৰিকাশ্ৰমে চলা ॥
কলিৰ সহস্ৰ বৎসৰ অন্তৰে
যাইবাহা মোৰ ভুবনে।
অলকা নন্দন তীৰ্থ মনোহৰ
ফুৰিবা মোৰ বচনে ॥ ৩৫১৫৪
উদ্ধৱেও পাচে মন অসন্তোষে
প্ৰয়াণ দেখিৰ মনে।
নমস্কাৰ কৰি কিছোমান গই
আৰ হুয়া কৈলা মনে ॥

মুনি বোলে শুনা ৰাজা জন্মেজয়
যিসব হৈলন্ত পাচে।
চৌৰ আস্ফালে লোহা গুড়ি গৈয়া
মাত্নুৰী হৈলন্ত কাছে ॥ ৩৫১৫৫
যিবা অবশেষ লোহা ক্ষেপিলেক
তাহাকো মৎস্যে গিলিলা।
কৈবৰ্ত্তেও জাল বাহন্তে জালত
সেহিগোট মৎস্য পাইলা ॥
কাটন্তে কৈবৰ্ত্তে লোহা দেখিলন্ত
ব্যাধেও খুজি আনিল।
কমাৰক নিয়া সমগ্রে বন্ধায়ে
টোণত সুমাই থৈল ॥ ৩৫১৫৬
সেহি শৰ লৈয়া ব্যাধে বাণ লৈয়া
মাৰিলা কৃষ্ণ চৰণে।
মাত্নুৰীৰ কোবে মাৰিল সমস্তে
প্রচণ্ড ঋষি বচনে ॥

দ্বাৰকাত নানা বিমঙ্গল দৰ্শন

শুনি জন্মেজয় পুছন্ত তুনাই
মুনিৰ মুখক চাই।
মাত্নুৰী হানিয়া কিমতে মাৰিল
কহিয়োক সমুদায় ॥ ৩৫১৫৭
জগতৰ নাথ প্রভু নাৰায়ণ
ব্যাধে প্রহাৰিলা কেনে।
ইসব কথাক কহা গুৰু বাপ
শুনিয়া থাকো শ্রৱণে ॥
বৈশম্পায়নে বোলে শুনা জন্মেজয়
কৈবো কথা যাদৱৰে।
দ্বাৰকাত যত নানা বিমঙ্গল
শুনন্তে লাগয় ডৰে ॥ ৩৫১৫৮
অনাবাৰে তৰু ভাগে নিৰন্তৰ
বৰষে ৰুধিৰ ছানি।
পুষ্কৰিণী যত আছে দ্বাৰকাত
সবাকো খলকে পানী ॥

দধি দুগ্ধ ঘৃত হোৱন্ত শোণিত
গৃধ্রসবে গৃহে পৰে।
অকাল কালত তৰু তৃণ লতা
সবে ফল ফুল ধৰে ॥ ৩৫১৫৯
গৃহৰে ভিতৰে দেখে সৰ্ব্বলোক
শাঙ্খিনী যে সোণগুই।
ফেকুৰা আৰাব কৰে ঠাৱে ঠাৱ
কান্দন্ত ক্রোধে সদায় ॥
আকাশত ঘোৰ দেখে গৃহযুদ্ধ
সঘনে ভুমি কাম্পয়।
নকান্দি থাকন্তে নৰ নাৰী যে
চক্ষুৰ লোতক বয় ॥ ৩৫১৬০
যত বিমঙ্গল দেখি যাদৱৰ
মনত নাহিকে সুখ।
ঋষিৰ শাপক সুমৰিয়া মনে
বিবৰ্ণ সবাৰে মুখ ॥

শ্রীকৃষ্ণৰ পৰামৰ্শমতে যাদৱসকলৰ প্রভাস তীৰ্থ গমন

বৃদ্ধ বৃদ্ধ যত যাদৱ সমস্ত
কৃষ্ণৰ পাশক গৈলা।
ওঠ কণ্ঠ মুখ শুখাইলা সকল
কৃষ্ণৰ আগত কৈলা ॥ ৩৫১৬১
ঘোৰ ঋষিশাপ লাগিল আমাত
কহিয়ো আৰ উপায়।
হেন শুনি কৃষ্ণে বুলিলা বচন
যাদৱসবক চাই ॥
শুনা যদুবৃদ্ধ ব্রাহ্মণৰ শাপ
ফলত ভৈলা আমাৰ।
ব্রহ্মাণ্ড ভিতৰে ইহাক গুচাইবে
শকতি আছে কাহাৰ ॥ ৩৫১৬২
তথাপিতো এক উপায় কৰাহা
প্রভাস তীৰ্থক গৈয়া।
ধন বস্ত্র লৈয়া শকত অথায়া
ব্রাহ্মণক দান দিয়া ॥

দানেহে দুৰ্গতি দূৰ কৰে আতি
শাস্ত্ৰৰ এহিসে তত্ত্ব ।
পূৰ্ব্বকালে দক্ষে চন্দ্ৰক শাপিলে
ক্ষয় হোক শৰীৰত ॥ ৩৫১৬৩
পাচে চন্দ্ৰ আসি প্ৰভাসতে থাকি
পুনু ভৈলা পূৰ্ব্ববত ।
আকে জানি সবে কালি প্ৰভাততে
আমিও চলো সমস্ত ॥
শুনা নৰলোক মহন্তৰ শোক
দেখা কেনে বিষয়ত ।
ধন জন যত পুত্ৰ পৰিবাৰ
নাহিকে আত সঞ্জাত ॥ ৩৫১৬৪
জানি নিষ্টমনে কৃষ্ণৰ চৰণে
সততে কৰা প্ৰবন্ধ ।
পাপক বিনাশ কৰিয়োক ৰঙ্গে
ছিণ্ডিয়োক কৰ্ম্মবন্ধ ॥
কহে পৃথুৰামে ধৰি কৃষ্ণ পাৰে
সবে এৰা আন মতি ।
কৃষ্ণ কৃষ্ণ বোলা ৰাম ৰাম বোলা
লভিবা হাতে মুকুতি ॥ ৩৫১৬৫

---

যাদৱসকলৰ তীৰ্থ-স্নান আৰু সুৰাপান

পদ

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয় ।
কৃষ্ণৰ বচন শুনি যদু সমস্তয় ॥
পঞ্চাৰ্ব্বুদ চাৰি কোটি যাদৱ যুৱত ।
ধনৰত্ন লৈয়া যাত্ৰা কৰিলা সমস্ত ॥ ৩৫১৬৬
গৃহতে ৰহিলা বাল্য বৃদ্ধ নাৰী যত ।
কৃষ্ণ বলভদ্ৰ দুই লৰিলা লগত ॥
নৌকাত চড়িয়া পাৰ ভৈলন্ত নিশেষ ।
দূত পাঞ্চি আনিলন্ত ব্ৰাহ্মণ বিশেষ ॥ ৩৫১৬৭
স্নান দান কৰিলন্ত বিধিৰ বিধানে ।
মনপূৰি ব্ৰাহ্মণক দিলা নানা দানে ॥
হয় হস্তী ৰথ ছত্ৰ অলঙ্কাৰে মণ্ডি ।
ধেনু ভূমি দিলন্ত দুৰ্গতি যাউক খণ্ডি ॥ ৩৫১৬৮
দান অৱসান হৈয়া যাদৱ সমস্ত ।
বসিলা সমাজ পাতি সবেও তীৰত ॥
সুন্দৰ শৰীৰ দেখি বাহু বক্ষস্থল ।
সবাৰো প্ৰকাশে মুখ চন্দ্ৰৰ মণ্ডল ॥ ৩৫১৬৯
কালে চাপিলেক পাচে লুপ্ত ভৈল জ্ঞান ।
মধুময় সুৰাক কৰিলা সবে পান ॥
আয়ু জ্ঞান হৰিলন্ত কৃষ্ণে সেহি কাল ।
বিজ্ঞান বিস্মৃত সবে ভৈলন্ত বিহ্বল ॥ ৩৫১৭০
ঢলো-পৰো কৰে যেহি আসে তাকে বোলে ।
অন্যো অন্যে বোলা বুলি উঠিলেক ৰোলে ॥
কৃষ্ণে আৰো পিলা ক্ৰোধে সবাৰে পাচত ।
সবাকে সবেয়ো বোলে কৰিবোহো হত ॥ ৩৫১৭১
কেহো বোলে তোক আজি নিবো যমঘৰ ।
কেহো বোলে তোৰ আজি ছেদিবোহো শিৰ ॥
কতো যেবে চক্ষু পকাই বোলে থাক থাক ।
কতো কতো জনে বোলে কোনে ৰাখে তোক ॥'৭২
এহি বুলি বীৰকাচে কাচিলা তেখন ।
ৰথত চড়িয়া সাজিলন্ত ধনুগুৰ্ণ ॥
কামদেৱ সমে যুদ্ধ লাগিল দেৱৰ ।
সুমিত্ৰা সুৰথে দুই কৰন্ত সমৰ ॥ ৩৫১৭৩
অক্ৰূৰ সহিতে কৃষ্ণে কৰন্ত সমৰ ।
লাগিলন্ত সাত্যকি অনিৰুদ্ধৰ সমৰ ॥
সাৰণে সুষেনে আৰো কৰন্ত যে ৰণ ।
সত্ৰাজিতে সমে ভানু প্ৰহাৰন্ত বাণ ॥ ৩৫১৭৪
এহিমতে পঞ্চাৰ্ব্বুদ আৰো চাৰি কোটি ।
হুয়া বিমোহিত সবে যুঞ্জে জুলিবাটী ॥
অবিচ্ছেদে নিৰন্তৰে শৰ বৰিষয় ।
বাৰিষা কালৰ যেন মহা মেঘচয় ॥ ৩৫১৭৫
প্ৰহাৰন্তে শৰসব শূন্য ভৈলা টোণ ।
তেবে খড়্গ চৰ্ম্ম ধৰি কৰে ঘোৰ ৰণ ॥

খড়্গ চৰ্ম্ম যুদ্ধমানে কৰিলন্ত তদা।
সিয়ো নাশ ভৈলা পাচে লৈলা ঘোৰ গদা ॥৩৫১৭৬
গদাৰ উপৰে গদা পৰে ঠাত ঠাত।
কতো কতো কোৰ গৈয়া পৰে শৰীৰত ॥
এহিমতে গদা যুদ্ধ কৰিলা তাণ্ডৱ।
খণ্ড খণ্ড হৈয়া গদা পৰিলা সবাৰ ॥ ৩৫১৭৭
অস্ত্র নাহিকয় নচান্ত আগপাচ।
ঘোৰ ব্ৰহ্মশাপ আসি চাপিলেক কাছ ॥
দেখে সমীপতে আছে গজিয়া মাঁদুৰী।
সক্ৰোধ নয়নে গৈয়া লৈলন্ত উভাৰি ॥ ৩৫১৭৮
পৰম ক্ৰোধত আতি মহা মত্তভাবে।
মাদুৰী ধৰিয়া দুই দুইহাক্কে কোবাৱে ॥
শৰীৰত পৰে যেন বজ্ৰৰ সন্ধান।
ৰাম কৃষ্ণ বুলি যদুগণে ছাৰে প্ৰাণ ॥ ৩৫১৭৯

কৃষ্ণ-বলৰামৰ লগত যাদৱসকলৰ যুদ্ধ আৰু ধ্বংস

এহিমতে যদুবীৰ মৰিল বিস্তৰ।
কৃষ্ণক চাহিয়া বলো দিলন্ত উত্তৰ ॥
আগতে সবেয়ো মৰে কিবা আছা চাইয়া।
পাষাণ সদৃশ দেখো তোমাসাৰ হিয়া ॥ ৩৫১৮০
চলা তুমি আমি যাই ভাঙোহো কন্দল।
যিবা কিছো শেষ আছে ৰহোক সকল ॥
জ্যেষ্ঠৰ বচন শুনি প্ৰভু ভগৱন্ত।
দুই ভাই প্ৰবেশিলা সবাৰো মধ্যত ॥ ৩৫১৮১
হে যদুবংশসব কি কাম কৰাহা।
কন্দল কৰিয়া দেখো ধ্বংস সবে যাহা ॥
এভো প্ৰতি প্ৰতি বোলো শুনিয়ো বচন।
বংশৰ মধ্যত সবে এৰিয়োক ৰণ ॥ ৩৫১৮২
বলভদ্ৰে বোলে হেৰা অক্ৰুৰ খুৰাই।
বংশৰ মধ্যত তুমি শ্ৰেষ্ঠ সমুদাঁয় ॥
কেনে ক্ৰুদ্ধ কৰা দেখো ভিন পৰ নাই।
মোহোৰ শপত ৰণ এৰিয়ো সদায় ॥ ৩৫১৮৩
হেন শুনি ক্ৰোধ বৰ উঠিলা সবাৰ।
ৰাম-মাধৱক বোলে সবে বেঢ়ি মাৰ ॥

ইহাক্ক মাৰিয়া আজি নিবো যমঘৰ।
আমাক ভৰ্চ্চিয়া দুয়ো দেখাৱন্ত বীৰ ॥ ৩৫১৮৪
এহিবুলি ধৰিলন্ত দুহাক্ক বেঢ়িয়া।
কৃষ্ণ বলভদ্ৰে পাচে ক্ৰোধ যুক্ত হৈয়া ॥
মাদুৰী হানি দুয়ো কোবাইবে লাগিলা।
গিৰিস্ গিৰিস্ কৰি ভূমিত পৰিলা ॥ ৩৫১৮৫
কৃষ্ণে মাৰিলন্ত বীৰ পঞ্চদশ শত।
সহস্ৰেক মানে বলো কৰিলাহা হত ॥
পঞ্চাৰ্ব্বুদ তিনি শত কোটি নৱ শ নিযুত।
নৱ লক্ষ মানে আৰো নৱ যে অযুত ॥ ৩৫১৮৬
সমস্ত সহস্ৰ বীৰধিক পঞ্চ শত।
মাৰা মাৰি কৰি সমৰত ভৈলা হত ॥
জনেক নৰৈলা কেহো মৰিল সকলে।
ৰাম-কৃষ্ণ দুই ভাই ৰহিল কেৱলে ॥ ৩৫১৮৭

বলৰামৰ সমাধি লাভ ; শ্ৰীকৃষ্ণৰ জ্যোতিৰ্ম্ময় হৈ গোলকধাম গমন।

বংশৰ নিৰ্য্যাণ দেখি বলোৰ বিচাট।
বোলন্ত মনত জানে কৃষ্ণৰ কপট ॥
সাগৰ সঙ্কাশ ইটো বংশ যে আমাৰ।
কালৰ হাতত সবে ভৈলা ছাৰখাৰ ॥ ৩৫১৮৮
যদুবংশ নাম থাকি ভৈলন্ত নিশঙ্ক।
পিণ্ডক জলক লাগি নথাকিল সঞ্চ ॥
শূন্য দ্বাৰকাত আসি কি কৰিবো যায়।
তনুত্যাগ কৰি যাইবো আপুনাৰ ঠাই ॥ ৩৫১৮৯
এহিবুলি বলদেৱ নথাকিল ৰই।
পদ্মাসন কৰি তীৰে বসিলন্ত গই ॥
ব্ৰহ্মত সমাধি পাচে ধৰিলন্ত ধ্যান।
শল সৰ্পৰূপে গৈলা আপোনাৰ স্থান ॥ ৩৫১৯০
ৰোহিণী তনয় যেবে গৈলা নিজ ঠাই।
একেশ্বৰ ভৈলা কৃষ্ণ নাহিকে সহায় ॥
বলোৰ শৰক পাচে ধৰি আকোৱালি।
কৰন্ত ক্ৰন্দন শোকে প্ৰভু বনমালী ॥ ৩৫১৯১
হৰি হৰি প্ৰাণ ভাই কি ভৈল বিলায়।
ৰোহিণী মাৰত গৈয়া কি কহিবো যায় ॥

বৃষ্ণিবংশে অৱতাৰ ভৈলো দুইজন।
কৃষ্ণ বলভদ্ৰ নাম ঘোষে সৰ্ব্বজন ॥ ৩৫১৯২
কংসভয়ে নন্দগৃহে পিতৃ থৈলা নিয়া।
ধেনু চাৰিলোহো বনে গোপগণ লৈয়া ॥
তোমাৰ সমান ভাই আৰো কৈত পাইবো।
দ্বাৰকাপুৰীত কাক চাহিয়া থাকিবো ॥ ৩৫১৯৩
এহি বুলি কৃষ্ণে পাচে কৰিলা গমন।
লাহে লাহে গৈয়া প্ৰবেশিলা ঘোৰ বন ॥
শিশু অশ্বত্থত বসিলন্ত আউজিয়া।
দক্ষিণ উৰুত বাম চৰণক থৈয়া ॥ ৩৫১৯৪
সেহি সময়ত ব্যাধ বনত ফুৰন্ত।
মৃগৰ আকাৰ পদ কৃষ্ণক দেখন্ত ॥
শুতি আছে মৃগ বুলি তুলি লৈলা শৰ।
লক্ষ্য কৰি প্ৰহাৰিলা অতি দৃঢ়তৰ ॥ ৩৫১৯৫
ভেদিলন্ত গৈয়া পাচে পাৱত প্ৰভুৰ।
লাগিল জানিয়া ব্যাধে চাপিয়া ওচৰ ॥
দেখে শৰ লাগি আছে কৃষ্ণৰ পাৱত।
মৰিলো মৰিলো বুলি পৰিল ভূমিত ॥ ৩৫১৯৬
তোমাক কৰিলো দ্ৰোহ ত্ৰিজগত নাথ।
চাহিবে নলাগে আৰ কাটা মোৰ মাথ ॥
হেন শুনি হাসি হৰি বুলিলা বচনে।
কিঞ্চিতেক ভয় তই নকৰিবি মনে ॥ ৩৫১৯৭
বালিসুত অঙ্গদ যে আছিলি ত্ৰেতাতে।
পিতৃবধী মাৰো বুলি বৰ লৈলি মোতে ॥
অদ্যাপিয়ো ৰাখিলিহি শাপ ব্ৰাহ্মণৰ।
মনুষ্য শৰীৰে তই চল স্বৰ্গপুৰ ॥ ৩৫১৯৮
এতেক বোলন্তে আসি নামিল বিমান।
বস্তুৰ দীপিতি জ্বলে সূৰ্য্যৰ সমান ॥
প্ৰদক্ষিণ কৰি ব্যাধে দণ্ডৱতে পৰি।
বিমানে চৰিয়া স্বৰ্গপুৰে গৈলা চৰি ॥ ৩৫১৯৯
আছন্ত জগতনাথ ব্যাধক পঠাই।
কোটি সূৰ্য্যচন্দ্ৰসম ধৰি নিজকায় ॥
চক্ৰ আদি কৰি অস্ত্ৰসবে মূৰ্ত্তি ধৰি।
কৃতাঞ্জলি কৰি আছে চৌপাশে আবৰি ॥ ৩৫২০০
সেহি সময়ত গৈয়া দেখিয়া উদ্ধৱে।
আসা আসা বুলি মাতিলন্ত কৃষ্ণদেৱে ॥
কৃষ্ণৰ চৰণে গৈয়া উদ্ধৱে ধৰিলা।
চৰণত মাথা থৈয়া কান্দিবে লাগিলা ॥ ৩৫২০১
উদ্ধৱক চাই কৃষ্ণে বুলিলা বচন।
মোহোক লাগিয়া তুমি নকৰা ক্ৰন্দন ॥
তুমি আমি দুয়ো যদি এৰো এহি থান।
সবে অনাচাৰী হৈব গুচিবেক জ্ঞান ॥ ৩৫২০২
বদৰিকাশ্ৰমে হেৰা চলিয়োক তুমি।
নাৰদক তযু স্থানে পাচি দিবো আমি ॥
উদ্ধৱক প্ৰবোধিয়া আছন্ত কেশৱ।
সেহি সময়ত আইলা ঋষি যে মৈত্ৰেয় ॥ ৩৫২০৩
মৈত্ৰেয়ক চাহি বুলিলন্ত কৃপাময়।
বিদুৰক নেদেখিলো এহিসে সময় ॥
এহি বুলি মৈত্ৰেয়ত কৈলা জ্ঞানচয়।
বিদুৰত কৈবা বুলি দিলন্ত বিদায় ॥ ৩৫২০৪
সেহি সময়ত পাচে উদ্ধৱ যে উঠি।
এৰিবে খোজন্তে যেন প্ৰাণ যায় ফুটি ॥
দেখিবাক লাগি মনে বৈকুণ্ঠে প্ৰয়াণ।
আৰ হুয়া ৰহিলা লভিলা নিজ জ্ঞান ॥ ৩৫২০৫
অনন্তৰে শুনা কথা ৰথ সাৰথিৰ।
ৰথ এৰি গৈলা কৃষ্ণ অৰণ্য ভিতৰ ॥
কৃষ্ণক নেদেখি পাচে মূৰ্চ্ছিত দাৰুক।
হা প্ৰাণনাথ কেনে এৰিলা আমাক ॥ ৩৫২০৬
ৰথ সমন্বিতে শোকে ফুৰন্ত বিচাৰি।
শিশু অশ্বত্থৰ তলে দেখিলা মুৰাৰি ॥
শৰপাতে বিদ্ধি আছে পাৱত প্ৰভুক।
ৰথ হন্তে নামি পাৱে পৰিলা দাৰুক ॥ ৩৫২০৭
সেহি সময়ত ৰথ গৈলন্ত উৰ্দ্ধক।
দেখি সাৰথিৰ ভয়ে কম্পিলন্ত বুক ॥
মনত বোলন্ত মোক এৰিলা দাৰুকে।
এহি হেতুতেসে ৰথ গৈলা নিজ ঠায়ে ॥ ৩৫২০৮
এহি বুলি মকমকি কৰন্ত ক্ৰন্দন।
লোতকে তিতিলে জানা কৃষ্ণৰ চৰণ ॥

দাৰুকক চাই হৰি বুলিলা বচন।
দ্বাৰকাক লাগি শীঘ্রে কৰিয়ো গমন ॥ ৩৫২০৯
মই এৰিবাৰ জানি বুৰাইবা সাগৰ।
বাল্য বৃদ্ধ বিধৱাক কৰা গই পাৰ ॥
কহিবা সকলে বাৰ্ত্তা সখি অৰ্জ্জুনত।
দেখিবে নপাইলো মই এহি সময়ত ॥ ৩৫২১০
কিমতে বঞ্চিবে সখি হুয়া একেশ্বৰ।
তাহাঙ্ক লাগিয়া মোৰ পোৰে কলেৱৰ ॥
পূৰ্ব্বৰ সমান গৰ্ব একো নকৰিব।
কালক অপেক্ষি মনে নিয়মি ৰহিব ॥ ৩৫২১১
বাল্য বৃদ্ধ বিধৱাক দিবা তান হাতে।
ইন্দ্রপ্রস্থে নিয়া থৈবে সবে ভালমতে ॥
এহি বুলি কৃষ্ণদেৱে নিয়মি ৰহিলা।
কান্দি কান্দি দাৰুকেও বিদায় কৰিলা ॥ ৩৫২১২
সেহি সময়ত আসিলন্ত দেৱগণ।
আকাশক ঘুৰিয়া ৰৈলা সবাৰে বিমান ॥
সবেও বোলন্ত প্রভু আসা মোৰ স্থান।
সবাৰে জানিয়া মনস্কাম নাৰায়ণ ॥ ৩৫২১৩
মহা জ্যোতিৰ্ম্ময় ৰূপ তেখনে ধৰিলা।
চক্ষু ফুটে বুলি দেৱে মুদিয়া ৰহিলা ॥
সেহিকালে গৈলা কৃষ্ণ স্থান আপুনাৰ।
গোলোকবাসীৰ ভৈল আনন্দ অপাৰ ॥ ৩৫২১৪
ৰত্নসিংহাসনে কৃষ্ণ বসিলন্ত গৈয়া।
নিজ দূতগণ ৰঙ্গে ৰহিলা বেঢ়িয়া ॥
নানাবিধ দ্রব্যে সেৱে পূজিলা বিশেষ।
স্বামী সেৱা কৰি থাকিলন্ত অহৰ্নিশ ॥ ৩৫২১৫

অৰ্জ্জুনৰ তীৰ্থ-পৰ্যটন

পুছে জন্মেজয় ৰাজা মুনিত বিনতি।
প্রপিতামহৰ মোৰ ভৈলা কেন গতি ॥
তীৰ্থ কৰিবাক পাঞ্চিলন্ত দামোদৰ।
কোনস্থানে কিবা তীৰ্থ কৰিলন্ত বীৰ ॥ ৩৫২১৬
কৈতবা পাইলন্ত বাৰ্ত্তা প্রয়াণ প্রভুৰ।
সবে মোক কৈয়ো মুনি কথা নিৰন্তৰ ॥

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
কৃষ্ণত বিদায় কৰি বীৰ ধনঞ্জয় ॥ ৩৫২১৭
হৰিদ্বাৰে গমন কৰিলা বীৰবৰ।
স্নান দান কৰিলন্ত বিধি ব্যৱহাৰ ॥
গণ্ডকী তীৰ্থক গৈয়া তাত অনন্তৰে।
শালগ্রাম ৰূপে হৰি থাকে নিৰন্তৰে ॥ ৩৫২১৮
তাত স্নান কৰি পাচে কৰিলা গমন।
প্রয়াগ তীৰ্থক গৈয়া ৰৈলা কতোদিন ॥
গঙ্গা যমুনাৰ তাত সঙ্গম বিশেষ।
দেখি অৰ্জ্জুনৰ ভৈলা মনত হৰিষ ॥ ৩৫২১৯
বিদ্যাপতি নামে এক দেখিলা ব্রাহ্মণ।
শিষ্যৰ আগত কহে ভাৰত, পুৰাণ ॥
হেন দেখি অৰ্জ্জুনৰ উল্লাসিত মন।
স্নান কৰি গৈলা সেহি ব্রাহ্মণৰ স্থান ॥ ৩৫২২০
সুন্দৰ শৰীৰ শ্যামবৰ্ণ কলেৱৰ।
অভিনৱ যুৱত দেখিতে মনোহৰ ॥
উৰু কৰীকৰ সম ভুজ দুইখান।
বহল হৃদয় কৃশ কটি যে সুঠাম ॥ ৩৫২২১
সুদীৰ্ঘ নয়ন মুখ চন্দ্রমাৰ কান্তি।
নিবিড়ে দশন যেন মুকুতাৰ পান্তি ॥
কৃষ্ণৰ সমান ৰূপ দেখিয়া সম্প্রতি।
কৃতাঞ্জলি কৰি পুছিলন্ত বিদ্যাপতি ॥ ৩৫২২২
কৃষ্ণ ধনঞ্জয় তোৰা নৰ-নাৰায়ণ।
একেশ্বৰে আসিলাহা কেনে মোৰ স্থান ॥
এহি বুলি দিয়াইলন্ত বিশিষ্ট আসন।
গৌৰৱ কৰিলা তাতে বসিয়া অৰ্জ্জুন ॥ ৩৫২২৩
ধনঞ্জয়ে বোলে গুৰু কথা শুনিয়োক।
কৃষ্ণআজ্ঞা শিৰে ধৰি আসিলো তীৰ্থক ॥
তিনিয়ো লোকত দুষ্ট আছিলেক যত।
সমৰে মাৰিয়া তাক কৰিলোহো হত ॥ ৩৫২২৪
জীৱবধ পাপ মোৰ লাগিল শৰীৰে।
কোন তীৰ্থে নাশ কৰে কহিয়ো সত্বৰে ॥
ব্রাহ্মণ বদতি শুনা নৰ কৃপাময়।
ইসব পাপক লাগি নকৰা সংশয় ॥ ৩৫২২৫

অৰ্জ্জুনৰ আগত বিদ্যাপতিৰ প্ৰয়াগ তীৰ্থৰ মাহাত্ম্যকথন

এহি হেতুতেসে তুমি ভৈলা অৱতাৰ।
পুছিলা সিসব ফল কহো প্ৰয়াগৰ॥
কনৌজপুৰত এক ব্ৰাহ্মণ আছিল।
ভদ্ৰতনু নাম তান বিষ্ণুভক্ত হৈল॥ ৩৫২২৬
ডাণ্ডৰ দীঘল জবীবৃক্ষ আছে কাছে।
এক গোটা যক্ষ সদা থাকে সেহি গাছে॥
নানা দ্ৰব্য দিয়া পূজা কৰে সেহি ঠাই।
বোলে মোক দেখা দিয়া বৃক্ষৰ ওলাই॥৩৫২২৭
উদৰ পূৰিয়া ভুঞ্জি তুষ্ট ভৈলা যক্ষ।
ব্ৰাহ্মণৰ আগে পাচে ভৈলন্ত প্ৰত্যক্ষ॥
দেখি আনন্দিত মন ভৈলন্ত অপাৰ।
দৰিদ্ৰতা দুখ দূৰ কৰিয়ো আমাৰ॥ ৩৫২২৮
যক্ষে বোলে ভদ্ৰতনু বচন যে মোৰ।
এহি বৃক্ষমূলে ধন আছে বহুতৰ॥
যতমানে লাগে তই নিয়ো মন পূৰি।
মোহোক নিতান্ত পূজিবিহি ভাল কৰি॥ ৩৫২২৯
এহিমতে যক্ষ বহু ধনক দিলন্ত।
ধন পায়া ব্ৰাহ্মণৰ সম্পত্তি ভৈলন্ত॥
যক্ষ ব্যতিৰেকে আৰো নজানন্ত আন।
কালক্ৰমে আয়ু যত গুচিলন্ত তান॥ ৩৫২৩০
মৰণক লাগি আছে অল্প মাত্ৰ দিন।
ব্ৰাহ্মণক চাই যক্ষে বুলিলা বচন॥
মোক এৰি ভজ তই বিশ্ব দেৱতাক।
ব্ৰাহ্মণে বোলয় কেন বুলিলা আমাক॥ ৩৫২৩১
তোমাৰ প্ৰসাদে সুখ লভিবো বহুত।
এবে এৰিবোহো কেনে মৰণ কালত॥
পুনু পুনু বুলিলন্ত যক্ষেও বুজাই।
তথাপিতো ব্ৰাহ্মণৰ মতি নিফিৰয়॥ ৩৫২৩২
মনত ভাবিয়া যক্ষে কৰিলন্ত সাৰ।
প্ৰয়াগত পৰে গতি নাহিকয় আৰ॥
ভদ্ৰতনু লৱে যদি বচন আমাৰ।
তাহান সঙ্গত আমি পাৰো তৰিবাৰ॥ ৩৫২৩৩
প্ৰয়াগ তীৰ্থত যদি পৰিবাক পাওঁ।
অনায়াসে তেবে মোৰ মৃত্যুক এৰাওঁ॥
এহি বুলি যক্ষে পাচে ব্ৰাহ্মণক চাই।
মোহোৰ বচন তই নেৰিবি সদায়॥ ৩৫২৩৪
ভদ্ৰতনু বোলে কেনে বুলিলা ইহাক।
মৰিলেয়ো নেৰিবোহো তোমাৰ আজ্ঞাক॥
শুনিয়া যক্ষৰ বৰ আনন্দিত মন।
পুনৰপি ব্ৰাহ্মণক বুলিলা বচন॥ ৩৫২৩৫
এহি থানে আসি কালি বৃষভ দেখিবি।
মোৰ আজ্ঞা কৰ যদি তাহাতে উঠিবি॥
কদাচিতো নানামিবি তাহাৰ উপৰ।
নাম যদি হৈবি তই অন্তৰ আমাৰ॥ ৩৫২৩৬
কাহাতো নকবি ইটো ইসব কথন।
এহি বোলা বুলি কৰি ৰহিলা সিদিন॥
প্ৰভাততে উঠি গৈলা ব্ৰাহ্মণ সিথানে।
বৃষৰূপে ৰহি আছে যক্ষেয়ো আপুনে॥ ৩৫২৩৭
দেখে বৃষভক আছে পৰম সুন্দৰ।
লাম্ফদিয়া উঠিলেক তাহাৰ উপৰ॥
ব্ৰাহ্মণক লৈয়া যক্ষে দিলেক লৱৰ।
দণ্ডেক ভিতৰে পাইলা পাৰ প্ৰয়াগৰ॥ ৩৫২৩৮
গহীন জলক চাই দিলা জাম্প মাৰি।
তনু ত্যাগ ভৈল দুইৰো প্ৰয়াগত পৰি॥
অক্ষয় স্বৰ্গৰ হন্তে বিমান আসিলা।
দিব্যৰূপ ধৰি দুই তাহাতে উঠিলা॥ ৩৫২৩৯
ততকালে গৈয়া স্বৰ্গপুৰে প্ৰবেশিলা।
নানা ভোগ ভুঞ্জি দুই তাহাতে ৰহিলা॥
শুনা ধনঞ্জয় বাপু প্ৰয়াগৰ ফল।
স্পৰ্শ মাত্ৰে ভস্ম কৰে পাতেক সকল॥ ৩৫২৪০
দেখা যক্ষে শৰীৰকো কৰিলা উদ্ধাৰ।
ব্ৰাহ্মণ আছিলা দেখা সেৱক যক্ষৰ॥
ইসবো তৰিয়া আছে প্ৰভাৱে তীৰ্থৰ।
কোন ক্ষুদ্ৰ দ্বিজ বন্ধু পাতেক তোমাৰ॥ ৩৫২৪১
বিশেষত ভাৰ তুমি হৰিলা ভূমিৰ।
সমৰে কৰিলা হত বহু ক্ষত্ৰিয়ৰ॥

তথাপিতো কৃষ্ণবাক্য কৰিবাক লাগে।
দিনচয় প্ৰাতস্নান কৰিয়ো প্ৰয়াগে ॥ ৩৫২৪২

বিদ্যাপতিৰ উপদেশমতে অৰ্জ্জুনৰ স্নান আৰু
পুৰাণ-ভাৰত শ্ৰৱণ

হেনশুনি বচন বুলিলা ধনঞ্জয়।
তোমাসাৰ বাক্য আমি কৰিতে লাগয় ॥
প্ৰয়াগত স্নান কৰি তোমাৰ স্থানত।
নিতে নিতে শুনিবোহো পুৰাণ ভাৰত ॥ ৩৫২৪৩
মুনি বিদ্যাপতি শিষ্যসমূহক চাই।
বোলন্ত শুনিয়ো তোৰা আতি শুভানয় ॥
আৰু লাগি হেলা নকৰিবা কোনজন।
যদুবংশে যেহি কৃষ্ণ সেহি নাৰায়ণ ॥ ৩৫২৪৪
কুৰুকুলে নৰৰূপে এহি ধনঞ্জয়।
তোমৰাসবত আমি কহিলো নিশ্চয় ॥
আচাৰ্য্যৰ বাণী শুনি শিষ্য নিৰন্তৰ।
ৰহিবাৰ থান কৰি দিলন্ত সুন্দৰ ॥ ৩৫২৪৫
অৰ্জ্জুন থাকিয়া তাতে লভিয়া সম্মান।
অৰুণোদয়তে কৰে প্ৰাতসতে স্নান ॥
তাত অনন্তৰে পাচে বসন্ত সভাত।
ব্ৰাহ্মণৰ মুখে নিতে শুনন্ত ভাৰত ॥ ৩৫২৪৬
আপোনাৰ গুণ যত শুনিয়া সাম্প্ৰত।
শ্ৰদ্ধা বাঢ়ি যায় সদা তাহান মুখত ॥

অৰ্জ্জুনৰ অমঙ্গল দৰ্শন আৰু বিদ্যাপতিৰ আদেশত
দ্বাৰকা গমন

এহিমতে ধনঞ্জয় তথাতে আছয়।
কৃষ্ণ পাশ এৰা এৰি ভৈলা মাসচয় ॥ ৩৫২৪৭
এতহন্তে বিমঙ্গল মিলিল তাহাৰ।
বাম অঙ্গ বাম বাহু ফন্দে নিৰন্তৰ ॥
আৰো এক নিশা স্বপ্ন দেখিলন্ত বীৰ।
যদুবংশ সমস্তেও হুয়া দিগম্বৰ ॥ ৩৫২৪৮
ঔৰ কুসুম মালা সবাৰ মাথাত।
দক্ষিণ দিশক যায় মহিষ বাহনত ॥
কৃষ্ণ বলভদ্ৰ দুইকো তাহাতে দেখিলা।
চেতন লভিয়া পাচে বৰ ভয় পাইলা ॥ ৩৫২৪৯
স্নান কৰি গৈলা পাচে ব্ৰাহ্মণৰ সঙ্গ।
দুস্বপ্ন দেখিয়া মনে নাহিকয় ৰঙ্গ ॥
অৰ্জ্জুন বদতি শুনা ব্ৰাহ্মণ সজ্জন।
আজি নিশাভাগে আমি দেখিলো সপোন ॥৩৫২৫০
বস্ত্ৰ নাহিকয় গাৱে যাদৱসবৰ।
মাথাত পিন্ধিছে মালা ঔৰ কুসুমৰ ॥
মহিষ জানত উঠি দক্ষিণক যায়।
মোৰ প্ৰাণ কৃষ্ণক দেখিলো সেহি ঠাই ॥৩৫২৫১
আৰো এক কথা এবে সুহিকয় ভাল।
নিৰন্তৰে ফন্দে দেখো মোৰ বাম কাল ॥
ভাল মন্দ কহা গুৰু চিত নোহে থিৰ।
জীৱন ধিকাৰ মোৰ বিয়োগে কৃষ্ণৰ ॥ ৩৫২৫২
হেন শুনি বিদ্যাপতি বুলিলা বচন।
ভাল সুহিকয় ইটো কহৱে উচ্ছন ॥
দ্বাৰকা নগৰে তুমি চলিয়োক দ্ৰুতে।
শুভাশুভ কাৰ্য্য মানে দেখিবা সাম্প্ৰতে ॥৩৫২৫৩

অৰ্জ্জুনৰ দ্বাৰকাত উপস্থিতি আৰু শ্ৰীকৃষ্ণৰ
প্ৰয়াণ-সংবাদত মূৰ্চ্ছিত

শুনি ধনঞ্জয় উঠি প্ৰণাম কৰিলা।
দ্বাৰকাক মুখ কৰি পথক ধৰিলা ॥
পথতে যাহন্তে তান পৰিল মনত।
কৃষ্ণে বুলিলন্ত পূৰ্ব্বে দেৱতাসবত ॥ ৩৫২৫৪
ছয় মাস অন্তে যাইবো আপোন নিলয়।
আগ বাঢ়িবাক লাগি আসিবা নিশ্চয় ॥
মোক বুলি আছে কৃষ্ণে দুনাই দুনাই।
বিলম্ব নকৰি সখি আসা গই যাই ॥ ৩৫২৫৫
তথাপিতো কিয় মই বিলম্ব কৰিলো।
কৃষ্ণে এৰি গৈলে যদি জীৱন্তে মৰিলো ॥
এহি আলোচিয়া সবে যান্ত শোক কৰি।
সমীপক পাইলা গৈয়া দ্বাৰকা নগৰী ॥ ৩৫২৫৬

ক্ষন্তেক্ষণে বীৰবৰ চাপিল ওচৰ।
দ্বাৰে ৰহি আছে দেখে নাৰী নিৰন্তৰ॥
দেখি অৰ্জ্জুনক সবে আকুলিত হৈয়া।
আসিল বুলিয়া কৃষ্ণ ধৰিল বেড়িয়া॥ ৩৫২৫৭
কৃষ্ণ সুহৃদয় পাচে অৰ্জ্জুনক জানি।
কহিবে লাগিলা পাচে সকলে কাহিনী॥
কামদেৱ আদি কৰি কুমাৰসকল।
গৰ্ভৱতী নাৰী সাজি ঋষিত পুছিল॥ ৩৫২৫৮
ভাণ্ডনা জানিয়া তাসম্বাৰ ক্ৰোধানল।
হৈবে মুষলেক তোমাসাৰ যমকাল॥
ঘোৰ ব্ৰহ্মশাপ পাচে তেখনে লাগিল।
বসন গুচায়া তান সবেয়ো দেখিল॥ ৩৫২৫৯
কৃষ্ণত সুসুধি দিলা ৰাজাৰ আগত।
গুড়ি কৰি ৰাজা তাক ক্ষেপিলা জলত॥
পুৰে অদভুত পাচে ভৈলন্ত বহুত।
তাক দেখি সবে যাই কহিলা কৃষ্ণত॥ ৩৫২৬০
কৃষ্ণে বোলে চলা সবে প্ৰভাসক যাওঁ।
ঘোৰ ব্ৰহ্মশাপ ইটো তেবেসে এৰাওঁ॥
প্ৰভুৰ বচনে সবে ধনে ৰত্নে লই।
কৃষ্ণ বলভদ্ৰ দুই লগে আছে গই॥ ৩৫২৬১
তান মন্দবাৰ্ত্তা আসি নপাইলোহো আমি।
কিবা সবে শুনা যদি কহিয়োক তুমি॥
হেন শুনি অৰ্জ্জুনৰ পৰিল মনত।
কৃষ্ণে কহি আছে তীৰ্থযাত্ৰা সময়ত॥ ৩৫২৬২
মায়াবলে কৰিবোহো বংশক সংহাৰ।
এহি ভাৰ হৰিবা নালাগে তোমাসাৰ॥
নিশ্চয়ে জানিলো আবে প্ৰভুৰ আশয়।
বংশক সংহৰিয়া গৈলা গোলোক নিলয়॥ ৩৫২৬৩
জানি ধনঞ্জয়ে কাকো উত্তৰ নেদিলা।
জমক দেখিয়া তথা নিঢালে পৰিলা॥
দেখি কন্যাসকলেয়ো বিস্ময় দেখিলা।
কিবা হেতু কৃষ্ণসখি বিমূৰ্চ্ছিত ভৈলা॥ ৩৫২৬৪
প্ৰভুৰ নিৰ্য্যাণ বাৰ্ত্তা কৈতবা শুনিলা।
কহিবে খোজন্তে যেন চেতন হৰিলা॥

এহি বোলা বুলি কৰি কান্দিবে লাগিলা।
যিবা যৈত আছিলেক চাপিয়া আসিলা॥ ৩৫২৬৫
কতো বাৰ্ত্তা শোধে কতো ঢাকুৰন্ত হিয়া।
দাৰুক প্ৰবেশে তথা কৃষ্ণবাৰ্ত্তা লৈয়া॥
দেখে নাৰীগণে কান্দে চৌপাশে আৱৰি।
মৃতকৰ বেশে আছে ধনঞ্জয় পৰি॥ ৩৫২৬৬
দেখি দাৰুকৰ শোক জ্বলিল দুগুণ।
কৃষ্ণৰ শৰীৰ জানো এহিটো অৰ্জ্জুন॥
হা হা ধনঞ্জয় বাপ তয়ো যাস এৰি।
বাল্য বৃদ্ধ বৃদ্ধা আক অনাথিতি কৰি॥ ৩৫২৬৭
এহিবুলি আৰ্ত্তৰাৱে কৰন্ত ক্ৰন্দন।
পাৰ্থ পাৱে ধৰি পৰি হৰিলা চেতন॥
দেখিয়া সবাৰো পাচে ধাতু উৰি গৈলা।
ভাল সুহৃদয় বুলি কান্দিবে লাগিলা॥ ৩৫২৬৮
লাজ কাজ মৰ্য্যদাক এৰি সবে যেন।
শোক প্ৰজ্বলিত গাৱে নাহিকে চেতন॥
কতো বেলা ধনঞ্জয়ে পৰিয়া আছিলা।
হা প্ৰাণকৃষ্ণ বুলি নয়ন মেলিলা॥ ৩৫২৬৯
দেখি দুই পাৱে ধৰি আছন্ত দাৰুক।
বিশ্ৰুতি বিজ্ঞান হৈয়া পুনু মুদিলেক॥

### অৰ্জ্জুনৰ দাৰুকৰপৰা শ্ৰীকৃষ্ণৰ প্ৰয়াণ-সংবাদ শ্ৰৱণ

সেহিবেলা চেতনক লভিলা সাৰথি।
অৰ্জ্জুনক মাতে ধীৰে বাৰ্ত্তা কৈবে প্ৰতি॥৩৫২৭০
উঠা উঠা বুলি তাঙ্ক ধৰিলেক তুলি।
কৃষ্ণসূৰ্য্য অস্ত গৈলা মৰিলো সমূলি॥
তোমাক বুলিলে কৃষ্ণে সেহি সময়ত।
দেখিবে নপাইলো তাঙ্ক অন্তিম কালত॥ ৩৫২৭১
শুনি অৰ্জ্জুনৰ গাৱে শোকাগ্নি লাগিলা।
হিয়ে মুষ্টি হানি ঢলি ভূমিত পৰিলা॥
দাৰুকে দেখন্ত গাৱে তত নাহিকয়।
মাথে জল দিয়া কিছুমানে যে বিষয়॥ ৩৫২৭২
যেন তেন কৰি উঠি বসিলা অৰ্জ্জুন।
সাৰথিক চাই কান্দি বুলিলা বচন॥

কেনমতে বংশনাশ কৰিলেক হৰি ।
মোক কাক দিয়া গৈলা আপোন নগৰী ॥৩৫২৭৩
তুমি বা নগৈলা কেনে প্ৰভুৰ লগত ।
বাৰ্ত্তা কহিবাক কিবা পাঋিল আমাত ॥
কান্দি কান্দি দাৰুকেও কহিবে লাগিলা ।
যদুবংশী বীৰ মানে প্ৰভাসক নিলা ॥ ৩৫২৭৪
স্নান দান কৰিলেক বিধিৰ বিধান ।
মধুময় সুৰা মানে কৰিলন্ত পান ॥
জ্ঞাননষ্ট হুয়া ক্ৰোধ উঠিল ডাঙৰ ।
অস্ত্ৰ-শস্ত্ৰ ধৰি পাচে কৰিল সমৰ ॥ ৩৫২৭৫
একো অস্ত্ৰ নৰহিলা কাহাৰোঁ হাতত ।
ঋষিশাপে গাজি আছে মাতুৰী তাহাত ॥
মুষলক গুড়ি কৰি পেলাই আছে জলে ।
মাতুৰী গাজিয়া ৰৈলা সহিতে মুষলে ॥ ৩৫২৭৬
সেহি মাতুৰীক সবে লৈলেক উভাৰি ।
কোবা কুবি কৰি সবে যায় মৰি মৰি ॥
অসন্তোষ কৰি বলো কৃষ্ণক বুলিলা ।
মাতি বুলি দন্দ ভাঙ্গো শীঘ্ৰ বেগে চলা ॥ ৩৫২৭৭
আসিয়োক দাদা বুলি তেখনে চলিলা ।
দুই ভাই নানা ভাৱে বিস্তৰ বুলিলা ॥
কালে গ্ৰাসি আছে কথা কিছু নুশুনিল ।
মাৰ মাৰ বুলি ৰাম-কৃষ্ণক বুলিল ॥ ৩৫২৭৮
ক্ৰোধ কৰি দুয়ো ভাই মাতুৰী লৈলেক ।
দুতয় হাজাৰ আৰো পঞ্চম শতেক ॥
মাৰিলন্ত দুয়ো পাচে পশিয়া মধ্যত ।
যুলি পাটি ঘোৰ যুদ্ধে মাৰিলা সমস্ত ॥ ৩৫২৭৯
জনেক নৰৈল বলো থাকিলন্ত দেখি ।
ধাৰায়ে লোতক বহি যান্ত দুয়ো আখি ॥
পদ্মাসন যুৰি বলো তীৰত বসিলা ।
মূৰ্দ্ধাস্ফুট কৰি তেহো নিজস্থানে গৈলা ॥৩৫২৮০
পাচে জ্যেষ্ঠ ভাইক ধৰি কৰিলা বিলাপ ।
বনমধ্যে বসিলন্ত জগতৰ বাপ ॥
যাইবাৰ নেদেখিয়া মই বিয়াকুল হৈলো ।
বিচাৰি ফুৰন্তে বনে কৃষ্ণক দেখিলো ॥ ৩৫২৮১

মূৰ্ত্তিধৰি অস্ত্ৰসবে উপাসি আছন্ত ।
আৰো একপাত শৰ বিন্ধিছে পাৱত ॥
ৰথহন্তে ডেৱ দিয়া পৰিলো পাৱত ।
উৰ্দ্ধগতি হৈলা ৰথ সেহি সময়ত ॥ ৩৫২৮২
মোক এৰিবন্ত কৃষ্ণ জানিলোহো মনে ।
বিস্তৰ কান্দিলো ধৰি কৃষ্ণৰ চৰণে ॥
পাচে আশ্বাসিয়া মোক বুলিলা বচন ।
মোহোৰ বচন শুনা এৰিয়ো ক্ৰন্দন ॥ ৩৫২৮৩
চলিয়ো সাৰথি তুমি দ্বাৰকা নগৰে ।
মোৰ অবিহনে পুৰি বুৰাইবে সাগৰে ॥
বাল্য বৃদ্ধ বিধৱাক কৰা গৈয়া পাৰ ।
সখি অৰ্জ্জুনত কৈবা বচন আমাৰ ॥ ৩৫২৮৪
ইন্দ্ৰপ্ৰস্থে লৈয়া যাইব কাহাকো নেৰিব ।
পথত যাহন্তে কিছু বিঘিনি মিলিব ॥
পূৰ্ব্বৰ সমান গৰ্ব্ব নকৰিবা সখি ।
কাল বুজি থাকিবেক আপুনাক ৰাখি ॥ ৩৫২৮৫
এহিমতে বাৰ্ত্তা যেবে কহিলা নিশেষ ।
ক্ৰন্দনৰ উৰ্ম্মি উথলিল চতুৰ্দ্দিশ ॥
মুখ্য মুখ্য নাৰী যত আছিল সবাৰ ।
প্ৰভাসক লাগি কান্দি দিলেক লৰৰ ॥ ৩৫২৮৬
নিজ দাস দাসী যায় লগত কান্দিয়া ।
দেখে বালি যুৰি আছে সমান পৰিয়া ॥
নিজ নিজ স্বামী চিনি ধৰি বৰনাৰী ।
অনেক বিলাপ কৰে ৰূপ গুণ স্মৰি ॥ ৩৫২৮৭
ক্ৰন্দন কৰিয়া সবে উপায় চিন্তিলা ।
ভৃত্যসকলক চাই বচন বুলিলা ॥
বিলম্ব নকৰি শীঘ্ৰে সাজি দিয়ো চিতা ।
অনুগামী হুয়া যাইবো কিবা আছে চিন্তা ॥ ’৮৮
যজ্ঞকাষ্ঠ দিয়া চিতা তেখনে সাজিলা ।
স্বামীসকলকো লৈয়া তাহাতে উঠিলা ॥
ব্ৰাহ্মণে কৰাইলা যত বিধি ব্যৱহাৰ ।
সঙ্কল্প কৰিয়া অগ্নি লগাইলা সবাৰ ॥ ৩৫২৮৯
সাগৰৰ বালি যুৰি অগনি লাগিলা ।
আকাশৰ হন্তে পাচে বিমান আসিলা ॥

বিমানে উঠিলা লগে নিজনাৰী লই।
আপোনাৰ থানে থানে থাকিলন্ত গই ॥ ৩৫২৯০
কৃষ্ণৰ মহিষী আৰো অষ্টম প্ৰধান।
প্ৰভুৰ বিয়োগে সবে এৰিলন্ত প্ৰাণ ॥
ৰুক্মিণী লক্ষ্মণা আৰো কালিন্দী সহিত।
ইসবো প্ৰবেশ ভৈলা জানিবা নিশ্চিত ॥ ৩৫২৯১
ভদ্ৰা সত্যা মিত্ৰবৃন্দা এহি তিনি গই।
সৰস্বতী শৰীৰত প্ৰবেশিলা যাই ॥
সত্যভামা লীন গৈলা বসুমতী গাৱে।
জাম্ববতী লীন গৈলা পাৰ্ব্বতীৰ ঠাৱে ॥ ৩৫২৯২
ৰেৱতী প্ৰমুখ কৰি ৰামৰ ৰমণী।
দাৰুকৰ মুখে কথা নিৰ্য্যাণৰ শুনি ॥
একাগ্ৰ কৰিয়া মনে চিন্তিয়া চৰণ।
শৰীৰ এৰিয়া গৈলা অনন্ত ভুৱন ॥ ৩৫২৯৩
উগ্ৰসেন বসুদেৱ ৰোহিণী দৈৱকী।
ৰামকৃষ্ণ নাম ধৰি পাৰি ফুৰে উকি ॥
চাৰিও প্ৰবেশ পাচে ভৈলন্ত বনত।
কৃষ্ণক বিচাৰি ফুৰে চাৰিও সতত ॥ ৩৫২৯৪
চাৰিৰো দেখিয়া দুখ প্ৰভু যদুপতি।
হৃদয়ত দেখা কৃষ্ণে দিলন্ত সম্প্ৰতি ॥
কোটিসূৰ্য্য সম জ্যোতি শৰীৰ নিকঞ্জ।
ললিত বলিত চাৰু ৰূপ চতুৰ্ভুজ ॥ ৩৫২৯৫
এহিমতে দেখিলন্ত হৃদয়কমল।
শোক মোহ গুচি ভৈলা চাৰিও নিৰ্ম্মল ॥
মনক নিয়মি কৃষ্ণচৰণক ধৰি।
প্ৰাণত্যাগ কৰি গৈলা বৈকুণ্ঠ নগৰী ॥ ৩৫২৯৬
দেখা সভাসদ যদুবংশৰ সম্পদ।
তিলেকত নাশ ভৈলা কৰিয়া উচ্ছাদ ॥
আবে জানি সম্পদক নকৰিয়ো আশা।
কৃষ্ণচৰণক মনে কৰিয়ো ভাৰসা ॥ ৩৫২৯৭
নমো নমো কৃষ্ণদেৱ মোৰ নিজস্বামী।
জন্মে জন্মে কৃষ্ণপদ নেৰিবোহো আমি ॥
আন কৰ্ম্মে মতি মোৰ নহোক মনত।
কৃষ্ণ কৃষ্ণ নাম সদা ৰহোক মুখত ॥ ৩৫২৯৮
মোৰ মন বৈৰী দহিয়োক কৃপাময়।
সংসাৰতৰণী নৌকা ৰূপ নামচয় ॥
দ্বিজ পৃথুৰামে ভণে কৃষ্ণপাৱে ধৰি।
পাতক ছাৰোক ডাকি বোলা হৰি হৰি ॥ ৩৫২৯৯

অৰ্জ্জুনৰ বিলাপ

লেছাৰী

সাৰথি কহিলা বাৰ্তা নিষ্ঠ
অৰ্জ্জুন ভৈলেক শোকাবিষ্ট
বিলাপ কৰন্ত কৃষ্ণৰ গুণ বৰ্ণাই।
সজল জলধ শ্যাম তনু
সৰ্ব্ব অঙ্গ দেখে শোভে পুনু
নানা অলঙ্কাৰে তাহাতে শোভা কৰয় ॥
মোহোৰ ৰথত উঠি হৰি
ঘোৰাৰ ধৰন্ত বাঘজৰী
স্বামী যেন হুয়া ভৃত্যক ক্ষুৰা বঢ়াই।
ঘোৰ সমৰত পাওঁ দুখ
কৃষ্ণমুখ দেখি মিলে সুখ
আৰ সুখী হইবো কাহাৰ বদন চাই ॥ ৩৫৩০০
অনাথ কৰিলা প্ৰভু মোক
শৰীৰে নসহে তযু শোক
কোনে মাতিবেক বুলিয়া সখি অৰ্জ্জুন।
তোমাৰ সমান বন্ধু-প্ৰাণ
সত্যে সত্যে কেহো নাহি আন
কোন দোষে মোক কৰিলাহা বিড়ম্বন ॥
তীৰ্থক পাঞ্চিয়া দূৰ কৰি
মোক এৰি লৈলা নিজপুৰী
একেশ্বৰে থাকি কি কৰিব পৃথিবীত।
পাণ্ডৱৰ তুমি নিজনাথ
দায়া এৰিলাহা জগন্নাথ
কোন সতে হৰি কৰিলা মোক বঞ্চিত ॥ ৩৫৩০১

কৃষ্ণৰ বিয়োগ-বহ্নি ঘোৰ
শৰীৰতে লাগি জলে মোৰ
সহিবে নপাৰে বিৰহ বহ্নিৰ তাপ।
প্ৰভুৰ প্ৰসাদে ত্ৰিজগতে
বীৰত্ব বোলাইলো অব্যাহতে
আজি ধৰি গৈল সিসব মোৰ প্ৰতাপ ॥
কি কৰিবো মই কৈক যাইবো
কৃষ্ণক বিচাৰি কৈত পাইবো
নিশ্চয়ে জানিলো জীৱনৰ আশা নাই।
কিনো নিদাৰুণ বক্ৰবিধি
হাতে দিয়া নিলা নৱনিধি
ইসব সন্তাপ কৰিবোহো কাৰ ঠাই ॥ ৩৫৩০২
হৰক নুঘুজো মই দেখি
মোহোক বুলিলা প্ৰাণসখি
তোমাৰ আমাৰ কিঞ্চিতেকো ভেদ নাই।
সঞ্জয়ৰ আগে কৈলা কথা
বলো অৰ্জ্জুনক বৰ বেথা
একোকালে তাঙ্ক জানিবা নেৰো সদায় ॥
ইসব বচন দুৰ ভৈল
মোৰ কাল আসি লাগ লৈল
বিচাৰি বিচাৰি নাপাইলো আৰ উপায়।
তীৰ্থ কৰিবাৰ ফল পাইলো
বান্ধৱ কৃষ্ণক হৰুৱাইলো
শুভকৰ্ম্ম গুচি ভৈলন্ত বৰ অপায় ॥ ৩৫৩০৩
ত্ৰিজগত পতি কৃষ্ণদেৱ
ব্ৰহ্মা আদি দেৱে কৰে সেৱ
তাঙ্ক অনাদৰ কৰিলো আমি অজ্ঞান।
জগত জননী লক্ষ্মী আই
চৰণ জাণ্টিয়া থাকে চাই
হেনয় কৃষ্ণক নকৰিলো সনমান ॥
এহি হেতুতেসে জানো হৰি
দ্বাৰকা হস্তিনা শূন্য কৰি
তুমি অবিহনে শ্ৰীধৰা ভৈলেক পুৰী।
বাস্তৱতে মোৰ নিজস্বামী
জগত যাইবাক পাওঁ আমি
নিদাৰুণ হৈয়া এৰিলা কেনে মুৰাৰি ॥৩৫৩০৪
মোক প্ৰতি যদি হৈলা ক্ৰোধ
ধৰি নকৰিলা কেনে বধ
মাৰিলাহা হন্তে ইহাত কৰিয়া ভাল।
তোমাৰেসে জানো মোৰ কায়
বল বীৰ্য্য থাকি এক ঠাই
মৎস্যৰ মৰণ যেহেন বিহীন জল ॥
লেছাৰী প্ৰবন্ধে অৰ্জ্জুনৰ
কৃষ্ণৰ বিয়োগে শোকাতুৰ
ইসব বিলাপ কহিলোহো অনুপাম।
কৃষ্ণৰ চৰণে দিয়া মতি
ভণে পৃথুৰাম শিশুমতি
নিৰন্তৰে নৰে বুলিয়োক ৰাম ৰাম ॥ ৩৫৩০৫

যদুবংশৰ ঔৰ্দ্ধদৈহিক ক্ৰিয়া সমাপন

পদ

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
বিলাপ কৰিয়া আছে বীৰ ধনঞ্জয় ॥
দাৰুকেও কান্দি কান্দি অসন্তোষ মনে।
অৰ্জ্জুনক চাই পাচে বুলিলা বচনে ॥ ৩৫৩০৬
শুনা ধনঞ্জয় বাপ বচন আমাৰ।
যিবা অৱশেষ আছে কৰিয়োক পাৰ ॥
দাৰুকৰ বাক্যচয় শুনিয়া অৰ্জ্জুন।
কিমতে প্ৰভুৰ আজ্ঞা কৰিবো ৰক্ষণ ॥ ৩৫৩০৭
এহি মনে আলোচিয়া ব্ৰহ্মাক চিন্তিলা।
মহা শৌৰ্য্য ধৰি বীৰে কিছু সুস্থ পাইলা ॥
দাৰুকক পুনৰপি বচন বুলিলা।
আমাৰ আগত বাৰ্ত্তা যিসব কহিলা ॥ ৩৫৩০৮
তাক কৰিবাক লাগে জানিবা সম্ভৱ।
কিন্তু অসামৰ্থ্য ভৈলো বিয়োগে কৃষ্ণৰ ॥

এহি বুলি গৈলা পাচে পুৰীৰ ভিতৰ।
শোকে বিয়াকুল ভৈলো বুলিলন্ত বীৰ ॥ ৩৫৩০৯
শুনিয়োক নৰনাৰী বচন আমাৰ।
সাগৰে বুৰাইবে পুৰী বিয়োগে কৃষ্ণৰ ॥
আৰু জানি তোৰাসবে বিলম্ব নকৰা।
সাগৰৰ পাৰ কৰো জান্টে লগ ধৰা ॥ ৩৫৩১০
অৰ্জ্জুনৰ বাণী শুনি সবে নিৰন্তৰ।
ক্ৰন্দনৰ উৰ্ম্মি আতি ভৈলন্ত বিস্তৰ ॥
হৰি হৰি কিনো ভৈলা আমাৰ আপদ।
প্ৰভু অবিহনে ভৈল পুৰীৰ উচ্ছাদ ॥ ৩৫৩১১
গুণ কৰ্ম্ম স্মৰি স্মৰি কৰিলা বিলাপ।
বাহুল্যক পৰিহৰি কহিলো সংক্ষেপ ॥
এহিমতে নানাভাৱে বিলাপ কৰিলা।
অৰ্জ্জুনেও মাতি বুলি সবাকে আনিলা ॥ ৩৫৩১২
পানোচৰা যে আনি কৰি নাও যত।
দূত পাঞ্চি ধনঞ্জয় চপাই আনিলন্ত ॥
নৌকাতে তোলন্তে পাচে বিচাৰ কৰিলা।
কোন কোন মৰি আছে কোননো ৰহিলা ॥ '১৩
বিচাৰ কৰিয়া বীৰে জানিলা সমস্ত।
কুমাৰৰ ভাৰ্য্যা মানে লগত গৈলন্ত ॥
কৃষ্ণৰ অষ্টম ভাৰ্য্যা পৰম প্ৰধান।
প্ৰাণ এৰি গৈলা সবে আপোনাৰ থান ॥ ৩৫৩১৪
ৰেৱতীক আদি কৰি ৰমণী ৰামৰ।
তনু ত্যাগ কৰি গৈলা স্থানে আপোনাৰ ॥
ৰোহিণী দৈৱকী বসুদেৱ উগ্ৰসেন।
কৃষ্ণক চিন্তিয়া গৈল ইয়ো চাৰিজন ॥ ৩৫৩১৫
ৰহিলন্ত কৃষ্ণপত্নী ষোড়শ হাজাৰ।
বাল্য বৃদ্ধ নৰ-নাৰী ওঠৰ হাজাৰ ॥
অৰ্ব্বুদ নিৰ্ব্বুদ দাস-দাসী নিৰন্তৰ।
ধনঞ্জয় কৰিলন্ত সমস্তকে পাৰ ॥ ৩৫৩১৬
পাৰ কৰি ধনঞ্জয়ে গুণন্ত মনত।
দম্ভৰ বিহিত ক্ৰিয়া কৰাইবো ইহাত।
এহি আলোচিয়া তথা নৰ কৃপাময়।
বাংস তৃণ আনি সজাইলন্ত গৃহচয় ॥ ৩৫৩১৭

উপপ্লাৱিকা নাম অদ্যাপি ৰহি আছে।
সেহিবেলা গৰ্গঋষি আসিলন্ত পাচে ॥
অৰ্জ্জুনেও আদৰিয়া ঋষিক বসাইলা।
অথান্তৰ কথা পুছি ব্যৱস্থা পুছিলা ॥ ৩৫৩১৮
বিধি চাই ভালমতে ব্যৱস্থা দিলন্ত।
যোগ্য যোগ্য চাহি কৰ্ম্ম সবাৰে কৰন্ত ॥
ৰাম মাধৱৰ কৰ্ম্ম কৰন্ত অৰ্জ্জুন।
অনাহাৰে থাকি পাচে কৰন্ত যতনে ॥ ৩৫৩১৯
ষষ্ঠ দিনে ফলাহাৰ কৰাইলা আৰ্ত্তিক।
ত্ৰয়োদশ দিনে নানা দান কৰিলেক ॥
হয় হস্তী দাস-দাসী দিলা অপৰ্য্যন্ত।
সুবৰ্ণ ৰজত ধান্য দিলন্ত সমস্ত ॥ ৩৫৩২০
ৰজতৰ চাৰি খুৰা শৃঙ্গ সুবৰ্ণৰ।
বস্ত্ৰে আচ্ছাদিত তাম্ৰ পৃষ্ঠ সুবৰ্ণৰ ॥
এহিমতে কৰিলেক লক্ষেক গোদান।
ভাল ভাল বস্তু দিলা এক কোটি দান ॥ ৩৫৩২১
ৰাম মাধৱৰ দ্ৰব্য যতেক আছিল।
একো নাৰাখিয়া দান ব্ৰাহ্মণক দিল ॥
নান অৱসান কৰি শ্ৰাদ্ধ আৰম্ভিলা।
কৃষ্ণ বলভদ্ৰ নাম ধৰি পিণ্ড দিলা ॥ ৩৫৩২২

### দ্বাৰকাৰ শিশু-নাৰী লৈ অৰ্জ্জুনৰ ইন্দ্ৰপ্ৰস্থ গমন আৰু বাটত গোপসকলৰ লগত ৰণ

সম্পূৰ্ণ কৰিয়া কৰ্ম্ম ফিৰিয়া আসিলা।
বাল্য-বৃদ্ধ নাৰী লৈয়া পৰদিনা গৈলা ॥
ইন্দ্ৰপ্ৰস্থ নগৰক কৰিল গমন।
সমস্তৰে আগ হৈয়া চলিলা অৰ্জ্জুন ॥ ৩৫৩২৩
ক্ৰন্দন কৰিয়া শোকে পথত যাহন্ত।
চক্ষুৰ লোতক সদা স্ৰৱে অৱিশ্ৰান্ত ॥
দিনমানে গতি কৰি সবে চলি যাই।
সূৰ্য্য অস্ত গৈলে থাকে ভাল থান চাই ॥ ৩৫৩২৪
এহিমতে নদ নদী বহুতো চেৰাইলা।
হা কৃষ্ণ হা কৃষ্ণ সবে মুখে [illegible] গৈলা ॥

ইন্দ্ৰপ্ৰস্থ নগৰৰ সমীপে চাপিলা।
আঢ়ৈ দণ্ড মানে পথ আগুৰি আছিলা॥ ৩৫৩২৫
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
ভৈলা এক অথন্তৰ বীৰ অৰ্জ্জুনৰ॥
ষোড়শ হাজাৰ ভাৰ্য্যা স্বামীৰ ভকত।
তাসম্বাক নিবে মন ভৈল ভগৱন্ত॥ ৩৫৩২৬
অৰ্জ্জুনৰো বিৰকতি লগাইবাক মনে।
নববিধ ভক্তি মূৰ্ত্তি ধৰিলা আপুনে॥
হাতত সবাৰো দাঙ্গ বেশ গোৱালৰ।
কন্যাসকলক বোলে উলটু সত্বৰ॥ ৩৫৩২৭
আমাসাৰ ভাৰ্য্যাসবে যাস কাৰ সঙ্গে।
আগবাঢ়ি নৱোজনে বেঢ়িলন্ত খঙ্গে॥
দেখি কন্যাসকলৰ জীউ উৰি গৈলা।
ত্ৰাহি ধনঞ্জয় বুলি আৰাৱ কৰিলা॥ ৩৫৩২৮
কৈৰবা গোৱাল ইটো আমাক ৰাখয়।
জান্টে মাধৱৰ সখি নিয়োক মেলাই॥
শুনি ধনঞ্জয় বীৰে কেৰিয়া চাহিলা।
কন্যাক বেঢ়িয়া আছে গোৱালে দেখিলা॥ ৩৫৩২৯
শোকতে আকুল বীৰ তথাপি হাসিল।
তিনিও ভুৱনে খ্যাত মোৰ বাহুবল॥
কেনে ক্ষুদ্ৰ পতঙ্গ গোৱাল মোৰ আগে।
ফিৰি চলি যাহ ছুষ্ট মৰিবে নলাগে॥ ৩৫৩৩০
মায়া গোপগণে বোলে শুনা ধনঞ্জয়।
কন্যাসকলক আজি নিবোহো নিশ্চয়॥
ৰাখ নিবে পাৰ যদি আমাকে ভঙ্গাই।
তেবে কন্যাসকলক নিবা তযু ঠাই॥ ৩৫৩৩১
শুনি ধনঞ্জয় বীৰ ক্ৰোধে কম্পমান।
গুণ দিয়া ধৰিলা গাণ্ডীৱ ধনুখান॥
আকৰ্ণ পূৰিয়া টানি কৰিলা টঙ্কাৰ।
মেঘৰ গৰ্জ্জন যেন শব্দ ভয়ঙ্কৰ॥ ৩৫৩৩২
ছদ্ম গোপগণে পাচে হাতে দাণ্ড ধৰি।
মাটিত মাৰিয়া কোৰ বোলে গৰ্ব্ব কৰি॥
শুনহ অৰ্জ্জুন হেৰা বচন আমাৰ।
তোমাৰ বীৰত্ব আজি হৈবে ছাৰখাৰ॥ ৩৫৩৩৩
থাক বুলি পাচে ধৰিলা ধনুখান।
গুণত চৰাইলা আনি সবগোটা বাণ॥
হৃদয়ক লক্ষ্য কৰি সন্ধান কৰিলা।
দাংপাক দিয়া নৱ বাণ নিবাৰিলা॥ ৩৫৩৩৪
পুনু ধনঞ্জয় বীৰে শৰ লৈলা তুলি।
আকৰ্ণ পূৰিয়া প্ৰহাৰিলা মহাবলী॥
সিয়ো বাণ নিবাৰিলা দাঙ্গৰ কোবত।
দেখি ধনঞ্জয় বীৰে ক্ৰোধত কম্পন্ত॥ ৩৫৩৩৫
বামহাতে নিজ ধনু ধৰি দৃঢ়তৰ।
প্ৰহাৰ কৰিলা বীৰে হাজাৰে হাজাৰ॥
ফৰিঙ্গা উৰাই যেন গগন জুৰিল।
সূৰ্য্যৰ প্ৰকাশ যত সকলে গুচিল॥ ৩৫৩৩৬
চক্ৰাকাৰে নবজনে দাঙ্গ ফুৰাইলন্ত।
অৰ্জ্জুনৰ শৰ মানে উফৰি পৰন্ত॥
শৰ নাশি গোপগণে বোলে অৰ্জ্জুনক।
তোমাৰ বীৰত্ব আমি দেখিলো প্ৰত্যেক॥৩৫৩৩৭
স্ত্ৰীৰ আগে দৰ্পবাণী বুলিলা বহুত।
গোৱালৰ নিন্দাবাণী শুনি কুন্তীসুত॥
ইষ্টদেৱ মাধৱক কৰিলা স্মৰণ।
দ্ৰোণৰ চৰণে আৰো কৰিলা বন্দন॥ ৩৫৩৩৮
গাণ্ডীৱ ধনুক দৃঢ়মুষ্টি ধৰিলন্ত।
দেৱদত্ত নৱবাণ গুণে জুৰিলন্ত॥
কৰ্ণমানে টানি প্ৰহাৰিলা লক্ষ্য কৰি।
নৱ গোটা সৰ্প যেন যান্ত মূৰ্ত্তি ধৰি॥ ৩৫৩৩৯
বায়ুবেগে গৈয়া শৰ হৃদয়ে পৰিল।
হৃদয় বিদাৰি শৰ পিঠি বাজ ভৈল॥
মাধৱৰ নৱ ভক্তি অচ্ছেদ্য অবধ্য।
তথাপিতো শৰঘাৰে ভৈলেক তবধ॥ ৩৫৩৪০
মনে মনে নৱজনে গুণন্ত মনত।
কৃষ্ণ ধনঞ্জয় ভেদ নাহি স্বৰূপত॥
ইহান অমোঘ অস্ত্ৰে ব্ৰহ্মাণ্ডক দহে।
ইটো বাণ চমৎকাৰ ধৰণী নসহে॥ ৩৫৩৪১
সমুখে ইহান শৰ সহিতে নপাৰি।
আকাশে আসন্তে নিবাৰিবো যত্ন কৰি॥

এহি আলোচিয়া পাচে চাৰিজন গৈল।
অস্ত্র নিবাৰিবে মনে বায়ুপথে ৰৈল ॥ ৩৫৩৪২
পাকজন অৰ্জ্জুনৰ সমুখে ৰহিলা।
ডাক দিয়া অৰ্জ্জুনক বুলিবে লাগিলা ॥
কন্যাসকলক এৰি চলা নিজৰাজ।
নেৰিলে অৱশ্যে আজি হৈবা বৰ লাজ ॥ ৩৫৩৪৩
যিসব বিক্রম আছে দৰশায়ো তুমি।
নিশ্চয় জানিবা তাক নিবাৰিবো আমি ॥
অৰ্জ্জুনেও ভয় পাচে লভিলন্ত মনে।
চাৰিগোটা নাহি দেখে গৈলা কোন স্থানে ॥৩৫৩৪৪
নিষ্ট কৰি জানো আজি হৈবে অথন্তৰ।
ভাৰ হৰণৰ হেতু ভৈলো অৱতাৰ ॥
ভাৰ হৰি গৈয়া আমি লভিলো বিজয়।
চৈধ্য ভুৱনে মোৰ নাহি পৰাজয় ॥ ৩৫৩৪৫
প্ৰভুৰ আজ্ঞাত মই দস্যুক যুজিলো।
বিৰিণাৰ ধনুবাণে তাহাঙ্ক ভঙ্গাইলো ॥
কিন্তু অসামৰ্থ বন্ধু মাধৱৰ শাকে।
একে স্বামী কৃষ্ণবিনে কোনে পাৰে মোকে ॥ ’৪৬
যিহৌক সিহৌক মোৰ হেলা নুযুৱায়।
প্ৰাণ পৰিশ্ৰমে আঙ্ক যুজিতে লাগয় ॥
গাণ্ডীৱ ধনুক ধৰিলন্ত সব্যসাচী।
বাসৱে দিবাৰ এক শৰ লৈলা বাছি ॥ ৩৫৩৪৭
দধীচিৰ অস্থি পূৰ্ব্বে ইন্দ্রে মাগি নিল।
বজ্ৰ গঢ়িবাক বিশ্বকৰ্ম্মা হাতে দিল ॥
বিশ্বকৰ্ম্মে বজ্ৰগোট গঢ়িল যতনে।
অৱশেষ অস্থি তাৰ ৰৈল কিছুমানে ॥ ৩৫৩৪৮
বজ্ৰকূট নামে শৰ তাহাৰ সাজিল।
শৰবজ্ৰ নিয়া পাচে ইন্দ্রক ভেটিল ॥
কতোকালে বাসৱৰ টোণত আছিল।
আপোনাৰ প্ৰিয়পুত্ৰ অৰ্জ্জুনক দিল ॥ ৩৫৩৪৯
সেহিশৰ ধনঞ্জয় জুৰিল গুণত।
তলবল কৰি কম্পিলন্ত ত্ৰিজগত ॥
সাগৰত ঢৌ ভৈল পৰ্ব্বত খসিল।
সেহিবেলা প্ৰহাৰ কৰিলা মহাবল ॥ ৩৫৩৫০

মন পৱনৰ বেগে আকাশক যায়।
আকাশত চাৰিজনে শৰ লাগ পায় ॥
বহ বহ অস্ত্ৰবৰ কৃষ্ণৰ দোহায়।
তিনি সত্য সত্য কৰি কহো তযু ঠাই ॥৩৫৩৫১
পৃথিৱীৰ লোকমানে হৈল অল্পশক্তি।
তুমিসব থাকিবাৰ নুহিকয় যুক্তি ॥
মাধৱৰ ভক্তি আমি দিলো পৰিচয়।
ইন্দ্ৰৰ ঠাৱক চলা নাহিকে সংশয় ॥ ৩৫৩৫২
ঈশ্বৰৰ আজ্ঞা শুনি বজ্ৰকূট শৰ।
তৈৰপৰা অৰ্জ্জুনক কৰি নমস্কাৰ ॥
ইন্দ্ৰৰ পুৰক পাচে কৰিয়া গমন।
বজ্ৰ হুয়া ৰহিলন্ত বাসৱৰ টোণ ॥ ৩৫৩৫৩
কতো বেলি বীৰবৰ আছিলন্ত চাই।
কৈক গৈল শৰপাত উদিশ নপায় ॥
ক্ৰোধত অৰ্জ্জুন বীৰ অগ্নিসম ভৈলা।
সাতগোটা ব্ৰহ্মবাণ ধনুত জুৰিলা ॥ ৩৫৩৫৪
সসাগৰা বসুমতী কম্পিবে লাগিলা।
গুণগাছ কাটি অস্ত্ৰ প্ৰহাৰ কৰিলা ॥
ভকৰ ভকৰ কৰি অগনি বজায়।
খৰতৰ বেগে বাণ আকাশত যায় ॥ ৩৫৩৫৫
চাৰিজনে আকাশত অস্ত্ৰক কহিলা।
ঈশ্বৰৰ আজ্ঞা শুনি ব্ৰহ্মালোকে গৈলা ॥
দেখে ধনঞ্জয় বীৰে ইয়ো অস্ত্ৰ নাই।
নাৰায়ণ অস্ত্ৰ আনি জুৰিলা দুনাই ॥ ৩৫৩৫৬
নাৰায়ণ অস্ত্ৰ যিটো আপুনি ঈশ্বৰ।
ভূত ভবিষ্যত কথা জানে নিৰন্তৰ ॥
অৰ্জ্জুনেও সেহি অস্ত্ৰ কৰিলা প্ৰহাৰ।
অস্ত্ৰভয়ে পথ এৰিলন্ত দিবাকৰ ॥ ৩৫৩৫৭
আকাশত চাৰিজনে অস্ত্ৰ লাগ পাইলা।
ঈশ্বৰৰ আজ্ঞা বাণী সকলে কহিলা ॥
ত্ৰৈলোক্য বিজয় মোৰ ইয়ো অস্ত্ৰগণ।
ৰিপুক এৰিয়া জোনো গৈলা নিজস্থান ॥৩৫৩৫৮
কৃষ্ণেসে কৰিছে হেন আমাক সম্প্ৰতি।
এহি অস্ত্ৰ নাসিবাৰ কাহাৰ শকতি ॥

আৰো জানি দিব্য শৰ নকৰো প্ৰহাৰ।
মনুষ্যৰ শৰে আঙ্ক ভেদে দৃঢ়তৰ ॥ ৩৫৩৫৯
এহি বুলি নিজ ধনু ধৰি বীৰবৰ।
দুয়োহাতে সব্যসাচী ধৰিলন্ত শৰ ॥
কোটি কোটি লক্ষে লক্ষে হাজাৰে হাজাৰে।
অৰ্ব্বুদ নিৰ্ব্বুদ শৰ হানৈ নিৰন্তৰে ॥ ৩৫৩৬০
অৰ্জ্জুনৰ কাৰ্য্য দেখি ভয় লভিলন্ত।
গোপমূৰ্ত্তি এৰি তথা অদৃশ্য ভৈলন্ত ॥
অৰ্জ্জুনৰ শৰপাত বিচাৰি নপাই।
পুনৰপি বৈলা গৈয়া টোণত সুমাই ॥ ৩৫৩৬১
ঘোৰ শৰ নিবৰ্ত্তিল পুনু ব্যক্ত ভৈল।
অৰ্জ্জুনক পৰিহাস কৰন্ত গোৱাল ॥
তোমাৰ বীৰত্ব আমি নেদেখোহো ভাল।
তিনিয়ো ভুৱনে আমি নেদেখোহো ভাল ॥ '৬২
গোপসকলক চাই বোলন্ত অৰ্জ্জুন।
কতনো সহিব আৰ নিন্দিত বচন ॥
ইন্দ্ৰক থাপিয়া আছো বধিয়া অসুৰ।
মোহোতে হাৰিয়া আছে দেৱ মহেশ্বৰ ॥ ৩৫৩৬৩
জগত জনক কৃষ্ণ ব্ৰহ্মাণ্ডৰ পতি।
তেহো প্ৰশংসিয়া আছে মোক প্ৰতি প্ৰতি ॥
নিন্দিত গোৱাল ইটো ছোৱাল চৰিত্ৰ।
একো যুদ্ধ নজানয় হাতে দাঙ্গ মাত্ৰ ॥ ৩৫৩৬৪
হৰি হৰি প্ৰাণকৃষ্ণ কিয় গৈলা এৰি।
গোৱালৰ নিন্দা শুনি কিয় নযাওঁ মৰি ॥
এহি বুলি পুনৰপি ধনু লৈলা তুলি।
কৰ্ম্মকূট শৰ জুৰিলন্ত মহাবলী ॥ ৩৫৩৬৫
পূৰ্ব্বে কাপ কাঠি কৰি ব্ৰহ্মা সাজিলন্ত।
সমস্তৰে সুখ দুখ বিধাতা লিখিত ॥
লিখন কৰিয়া নিজ মাথাত পশিলা।
পিতামহ শিৰে কিছু ঘাৱ সঞ্চৰিলা ॥ ৩৫৩৬৬
দেখে মাথে ঘাৱ ভৈল কধিৰো গুচিল।
ক্ৰোধ কৰি প্ৰজাপতি তাহাঙ্ক বুলিল ॥
কধিৰ ভুঞ্জিতে ইচ্ছা যদি আছে তোৰ।
কৰ্ম্মকূট নামে তই হুয়ো শৰ ঘোৰ ॥ ৩৫৩৬৭
তোহোক যিবেলা হানে যুদ্ধ সময়ত।
সৰ্ব্ব মায়া নিবাৰণ হুইবেক সমস্ত ॥
ব্ৰহ্মাৰ বচনে কৰ্ম্মকূট শৰ ভৈলা।
জামদগ্নী ৰাম টোণে প্ৰবেশি ৰহিলা ॥ ৩৫৩৬৮
পাচে পশুৰামে শৰ দ্ৰোণক দিলেক।
দ্ৰোণাচাৰ্য্যে প্ৰিয়শিষ্য দিলা অৰ্জ্জুনক ॥
সেহি শৰ ধনঞ্জয়ে প্ৰহাৰ কৰিলা।
ভয়ানক মূৰ্ত্তি ধৰি আকাশে চলিলা ॥ ৩৫৩৬৯
মাধৱৰ ভক্তি যিটো সবাৰ উপৰ।
কৰ্ম্মকূট নচাপিল তাহান ওচৰ ॥
আকাশৰ চাৰিজনে কাহিনী কহিলা।
অৰ্জ্জুনক নমি শৰ ব্ৰহ্মালোকে গৈলা ॥ ৩৫৩৭০
কৰ্ম্মকূট শৰপাত আকাশে নেদেখি।
অগ্নিশৰ প্ৰহাৰিলা মাধৱৰ সখি ॥
হুৰ হুৰ কৰি অগ্নি আকাশে চলিলা।
কৃষ্ণআজ্ঞা পায়া সিয়ো হুনাই নাশিলা ॥ ৩৫৩৭১
বাণ নাসিবাৰ দেখি দুগুণে জ্বলিলা।
বায়ুবাণ ধৰি বীৰে দ্ৰুতে প্ৰহাৰিলা ॥
গিৰ গিৰ কৰি বাণ চলিলা গগনে।
আগবাঢ়ি কৃষ্ণকথা কৈলা চাৰিজনে ॥ ৩৫৩৭২
নমস্কাৰ কৰে তথা অৰ্জ্জুনক চাই।
বায়ুৰ শৰীৰে পাচে প্ৰবেশিলা যাই ॥
অস্ত্ৰ নাহি দেখি ক্ৰোধ ভৈলা অৰ্জ্জুনৰ।
গন্ধৰ্ব্ব অস্ত্ৰক জুৰিলন্ত বীৰবৰ ॥ ৩৫৩৭৩
জোৰন্তে এগোটা শৰ টানন্তে যে দশ।
যাহান্তে শতেক হোৱে পৰিলে সহস্ৰ ॥
সেহি শৰ শীঘ্ৰবেগে কৰিলা প্ৰহাৰ।
ফৰিঙ্গা উৰাই যেন চলে নিৰন্তৰ ॥ ৩৫৩৭৪
আগধৰি চাৰিজনে কথা কহিলন্ত।
ঈশ্বৰৰ ইচ্ছা বুলি সবে জানিলন্ত ॥
তেতিক্ষণে শৰ পাচে এক মূৰ্ত্তি ধৰি।
প্ৰবেশ হৈলন্ত গৈয়া গন্ধৰ্ব্বৰ পুৰী ॥ ৩৫৩৭৫
যেহি যেহি দিব্য অস্ত্ৰ হানে ধনঞ্জয়।
নিজ থানে চলে সবে কৃষ্ণআজ্ঞা পায় ॥

সৰ্ব্বঅস্ত্ৰ নাশ দেখি পাচে ধনঞ্জয় ।
অন্তকালে ৰুদ্ৰ যেন ভৈলা সেহি নয় ॥ ৩৫৩৭৬
ৰক্তবৰ্ণ ভৈল আতি লোচন দুতয় ।
মধ্যাহ্নৰ সূৰ্য্য যেন অধিকে জ্বলয় ॥
প্ৰলয়ৰ মেঘে যেন গৰ্জ্জন কৰিলা ।
সেহিমতে ধনঞ্জয়ে গৰ্জ্জিবে লাগিলা ॥ ৩৫৩৭৭
দেখা সভাসদ কেনে ঈশ্বৰৰ ইচ্ছা ।
এক কৃষ্ণদেৱ বিনে সবে কাৰ্য্য মিছা ॥
দ্বিজ পৃথুৰামে বোলে এৰা আন কাম ।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ৩৫৩৭৮

---

অৰ্জ্জুনৰ আকাঙ্ক্ষা

ঝুমুৰী

ক্ৰোধে শোকে মহাবীৰ ।
বুলিলন্ত বহুতৰ ॥
মোহোৰ নাহিকে দোষ ।
সবাকে কৰিবো নাশ ॥ ৩৫৩৭৯

পাশুপত্ৰ প্ৰহাৰিবো ।
সুৰপুৰ বিনাশিবো ॥
জানিলোহো নিষ্ঠে মই ।
তানবেসে ভাল নাই ॥ ৩৫৩৮০

কোন দোষে অতখানি ।
কৰে মোক চক্ৰপাণি ॥
গোৱালক আগ কৰি ।
মোৰ অস্ত্ৰ নিয়ে হৰি ॥ ৩৫৩৮১

তাৰ প্ৰতিকাৰ কৰো ।
অভিচাৰ শৰ ধৰো ॥
স্বধৰ্ম্মক এৰিবোহো ।
পৃথিৱীক নাশিবোহো ॥ ৩৫৩৮২

কালানল নামে শৰ ।
মন্ত্ৰ দিলা অভিচাৰ ॥
স্ৰজিলন্ত ঋষিবৰ ।
ৰাম হাতে দিলা শৰ ॥ ৩৫৩৮৩

সীতা পাতালক গৈলা ।
ৰামো সেহি শৰ লৈলা ॥
নাশ হোৱে বসুমতী ।
দেখি পাচে প্ৰজাপতি ॥ ৩৫৩৮৪

ৰামক কাকুত্য কৰি ।
ৰাখিলন্ত বসুন্ধৰী ॥
ৰামে গঙ্গা কৰি স্নান ।
গৈলা পাচে নিজস্থান ॥ ৩৫৩৮৫

অনৰ্থ ভৈলেক শৰ ।
দ্ৰুতে গৈলা সুৰপুৰ ॥
দেখে ইন্দ্ৰ যত্ন কৰি ।
ৰাখিবন্ত পূজা কৰি ॥ ৩৫৩৮৬

কাল কৱচক মাৰি ।
ৰাখি দিলো নিজপুৰী ॥
দেৱৰাজে তুষ্ট ভৈলা ।
কালানল শৰ দিলা ॥ ৩৫৩৮৭

বাহুবল দেখাইবোহো ।
এহি শৰ প্ৰহাৰোহো ॥
ঈশ্বৰে আছয় স্ৰজি ।
সবাকে বিনাশো আজি ॥ ৩৫৩৮৮

পৃথিৱীৰ নাশ দেখি ।
দেখা দিবে প্ৰাণসখি ॥
যদি কৃষ্ণ দেখা পাওঁ ।
শোক দুখ পলুৱাওঁ ॥ ৩৫৩৮৯

কহে পৃথু শিশুমতি ।
অৰ্জ্জুনৰ খেদ তুতি ॥
এৰিয়োক আন কাম ।
বুলিয়োক ৰাম ৰাম ॥ ৩৫৩৯০

---

কৃষ্ণ-পত্নীসবৰ পূৰ্ব্ব বিবৰণ আৰু অৰ্জ্জুনৰ সমাধি ধাৰণ

পদ

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
কালানল অস্ত্ৰ ধৰিলন্ত ধনঞ্জয় ॥
অভিচাৰ মন্ত্ৰচয় তাহাক পঢ়িলা।
সংহাৰক অগ্নিমূৰ্ত্তি অস্ত্ৰেও ধৰিলা ॥ ৩৫৩৯১
পঞ্চবক্ত্ৰ ভৈলা আৰো পোন্ধৰ লোচন।
দহো দহো কৰে শৰে চৈধ্যয় ভুবন ॥
সসাগৰা বসুমতী কম্পিবে লাগিলা।
তাত পাচে সুৰপুৰে কোলাহল ভৈলা ॥ ৩৫৩৯২
তাৰ প্ৰতিধ্বনি গৈলা ব্ৰহ্মাৰ ভুবনে।
সৃষ্টি নষ্ট কৰে ব্ৰহ্মা জানিলা অৰ্জ্জুনে ॥
বিলম্ব নকৰি আসিলন্ত তেতিক্ষণে।
অৰ্জ্জুনৰ আগে কহিলন্ত হংসযানে ॥ ৩৫৩৯৩
মৰণক ভয়ে ইন্দ্ৰ আদি দেৱ যত।
অলক্ষিত ভাৱে ৰৈলা ব্ৰহ্মাৰ পিচত ॥
পিতামহ বদতি শুনিয়ো ধনঞ্জয়।
অস্ত্ৰ দেখি সুৰাসুৰে লভি আছে ভয় ॥ ৩৫৩৯৪
এৰিয়োক ক্ৰোধ বাপ বোলোহো বচন।
তোমাৰেসে প্ৰতিপাল ইটো ত্ৰিভুৱন ॥
ভাৰ হৰণৰ হেতু পাঞ্চি আছো আমি।
কিকাৰণে বসুমতী নাশ কৰা তুমি ॥ ৩৫৩৯৫
আৰো এক কথা কহো শুনা মহাবল।
প্ৰাগজ্যোতিষপুৰে ৰাজা নৰক আছিল ॥
ভূমিসুত দুৰ্জ্জন বৈৰত দুৰাশয়।
নাম শুনি দেৱাসুৰ ভয়তে কাম্পয় ॥ ৩৫৩৯৬
পৃথিৱীৰ ভাল ভাল যোড়শ হাজাৰ।
বাছিয়া নিলেক কন্যা পৰম সুন্দৰ ॥
লোহিত উত্তৰ দিশে ইন্দ্ৰাচলে নিয়া।
বিবাহ কৰিবে পাচে থাকোক এতিয়া ॥ ৩৫৩৯৭
এহি বুলি নৰেশ্বৰ নগৰক গৈলা।
কন্যাগণে স্বামীভাৱে কৃষ্ণক চিন্তিলা ॥
বেদি মধ্যে ব্ৰহ্মসূত্ৰে অষ্টবক্ৰ আছে।
কন্যাগণ সমে দেখা দেখি ভৈলা পাচে ॥ ৩৫৩৯৮
পূৰ্ণিমা দিবসে যেন প্ৰকাশে চন্দ্ৰৰ।
সেহিমতে শোভা কৰে বদন ঋষিৰ ॥
দেখি কন্যাগণে বোলে নম্ৰ কৰি কায়।
আমাসাক দেখা দিয়ো জলৰ ওলাই ॥ ৩৫৩৯৯
হাসি ঋষি বুলিলন্ত কন্যাগণ চাই।
মোৰ ৰূপ দেখি সবে হাসিবি নিশ্চয় ॥
কন্যাগণে বোলে উপালম্ভ নকৰিবো।
তোমাৰ শৰীৰ আমি নয়নে দেখিবো ॥ ৩৫৪০০
হেন শুনি অষ্টবক্ৰ জলৰ উঠিলা।
ভেঙ্গুৰা ভেঙ্গুৰি ৰূপ সবেয়ো দেখিলা ॥
মুখে বস্ত্ৰ দিয়া কন্যাগণেও হাসিলা।
অষ্টবক্ৰ ঋষি মনে কিছু লজ্জা পাইলা ॥ ৩৫৪০১
কন্যাসকলক চাই বুলিলা বচন।
অৱশ্যে লভিবা স্বামী নন্দৰনন্দন ॥
কিন্তু তোমাসাক আবে জানা নষ্ট কৰি।
গোৱালে মাৰিবে সমস্তকে দাঙ্গ ধৰি ॥ ৩৫৪০২
এহি শাপ দিয়া ঋষি জলে বুৰ দিলা।
নৰকক মাৰি কৃষ্ণে কন্যাক বিহাইলা ॥
আকে জানি বাপ তুমি এৰা ক্ৰোধভাৱ।
ঋষিশাপ ৰাখিবাক তোমাৰ লাগয় ॥ ৩৫৪০৩
তোমাৰে যুজিবে শক্তি কাহাৰ আছয়।
ভক্তিৰূপে কৃষ্ণ ইটো জানিবা নিশ্চয় ॥
বাহুবল কাৰ্য্য মনে এৰা মোৰ বলে।
কৃষ্ণে কহিবাৰ জ্ঞান চিন্তিয়োক ভালে ॥ ৩৫৪০৪
পৃথিৱীত থাকিবাক মন নকৰিবা।
মেক স্থানে কৃষ্ণদেৱ তুমি লাগ পাইবা ॥
ব্ৰহ্মাৰ বচন শুনি সাম্যতা অৰ্জ্জুন।
কালানল অস্ত্ৰ পাচে সোমাইলন্ত টোণ ॥ ৩৫৪০৫
জয় কৃষ্ণ বুলি ব্ৰহ্মা সমে দেৱগণে।
অৰ্জ্জুনক প্ৰশংসিয়া গৈলা নিজস্থানে ॥
মোহ ভৈলা ধনঞ্জয়ে বৈষ্ণৱী মায়াত।
সুপুছিলে শেষ কথা অৰ্জ্জুনে ব্ৰহ্মাত ॥ ৩৫৪০৬

দেৱগণ সমে ব্ৰহ্মা নিজপুৰী গৈলা ।
অৰ্জ্জুনে বসিলা ৰথে অসন্তোষ ভৈলা ॥
ভাৰত সমৰে কৃষ্ণে গীতা কহিলন্ত ।
দিব্য চক্ষু দিয়া বিশ্বৰূপ দেখাইলন্ত ॥ ৩৫৪০৭
সেহি দিব্যজ্ঞান চক্ষু লভিলা অৰ্জ্জুনে ।
চক্ষু মুদি চিন্তিলন্ত কৃষ্ণৰ চৰণে ॥
কৃষ্ণক চিন্তিয়া পাচে প্ৰসন্ন লভিলা ।
চক্ষুৰ লোতক ধাৰাসাৰে বহি গৈলা ॥ ৩৫৪০৮
অৰ্জ্জুনৰ খেদ দেখি প্ৰভু হৃষীকেশ ।
হৃদয় পদ্মত কৃষ্ণ ভৈলন্ত প্ৰবেশ ॥
সজল জলদ শ্যাম তনু মনোহৰ ।
সৰ্ব্বঅঙ্গে পৰিধান নানা অলঙ্কাৰ ॥ ৩৫৪০৯
কোটি সূৰ্য্য সম কান্তি শৰীৰ সুন্দৰ ।
ললিত বলিত ভুজ যেন কৰীকৰ ॥
প্ৰফুল্ল কমল মুখ দেখিতে উজ্জ্বল ।
সকল কুণ্ডলে কৰ্ণে কৰে জলমল ॥ ৩৫৪১০
মদনৰ চাপসম ভ্ৰূৱে কৰে কান্তি ।
নিবিৰ দশন হেন মুকুতাৰ কান্তি ॥
এহিৰূপে হৃদয়ত দেখা দিলা হৰি ।
অৰ্জ্জুনেও দেখা দিলা জ্ঞান চক্ষু ধৰি ॥ ৩৫৪১১
নেমেলন্ত আখি পাচে হৃদয়ত দেখি ।
নয়ন মেলন্তে যেন যান্ত প্ৰাণসখি ॥
এহি বুলি বীৰবৰ সমাধি ধৰিলা ।
সেহিকালে পায়া গোপে ছিদ্ৰক লভিলা ॥৩৫৪১২
আকাশৰ চাৰিজন ভূমিক আসিলা ।
শীঘ্ৰ কৰি নয়োজনে উপায় চিন্তিলা ॥
ৰথে সমে নিয়া আক্ষ থৈবো কতো দূৰ ।
কন্যাগণ নিবো পাচে বৈকুণ্ঠ নগৰ ॥ ৩৫৪১৩
আলচ কৰিয়া তাত নাথাকিলা ৰই ।
অৰ্জ্জুনক চতুষ্পাশে বেঢ়িলন্ত গই ॥
চাৰিজনে ৰথচক্ৰে গৈয়া ধৰিলন্ত ।
একগোটে ধৰিলন্ত ৰথৰ দণ্ডত ॥ ৩৫৪১৪
আৰো চাৰিজনে চাৰি ঘোৰাক ধৰিলা ।
ৰথে সমে অৰ্জ্জুনক আকাশক নিলা ॥
দুইদণ্ড মানে ৰথ অন্তৰ কৰিলা ।
তৈৰ হন্তে ৰথে সমে আচাৰি পেলাইলা ॥৩৫৪১৫
ভূমিত পৰিয়া ৰথখান ভগ্ন ভৈলা ।
চাৰিও ঘোটক মৰি যমঘৰে গৈলা ॥

কৃষ্ণ-পত্নীগণৰ কৃষ্ণলাভ

অৰ্জ্জুনৰ কথা আবে এথনে আছোক ।
কৃষ্ণপত্নীসকলৰ কথা শুনিয়োক ॥ ৩৫৪১৬
পথ সমে অৰ্জ্জুনক দূৰত পেলাই ।
কন্যাসকলক পাচে ধৰিলন্ত যাই ॥
কৃষ্ণবৰ্ণ কলেৱৰ নবটা গোৱালে ।
হাততে সবাৰে দাঙ্গ গৰ্জ্জিয়া যে বোলে ॥ ৩৫৪১৭
শুনাহা যুৱতীসব বচন নিশ্চয় ।
আমাৰ থানক লাগি চলিতে লাগয় ॥
গোৱালৰ বাণী শুনি কৃষ্ণ পত্নীগণে ।
অৰ্জ্জুনক লাগি খেদ কৰিলন্ত মনে ॥ ৩৫৪১৮
হৰি হৰি ধনঞ্জয় গৈলা কোন স্থানে ।
তোমাক নেদেখি আমি কেনে ধৰো প্ৰাণে ॥
তিনিয়ো ভুবন কাম্পে যাৰ বজ্ৰ বলে ।
কিয় প্ৰাণ ধৰো আমি জিনিলা গোৱালে ॥ ৩৫৪১৯
নিজস্থানে গৈলা কৃষ্ণ এৰিলা অৰ্জ্জুন ।
তাঙ্ক কৰিলন্ত আজি বিধি বিড়ম্বন ॥
যদিবা থাকিবো আমি জীৱনক ধৰি ।
অৱশ্যে গোৱালে জানো নিব ভাৰ্য্যা কৰি ॥ ৩৫৪২০
এহি আলোচিয়া সবে নিশ্চয় কৰিল ।
কৃষ্ণৰ চৰণ চিন্তি বায়ু নিৰোধিল ॥
মূৰ্দ্ধাস্ফোট কৰি পাচে এৰিলন্ত প্ৰাণ ।
ষোড়শ হাজাৰ পাচে আসিল বিমান ॥ ৩৫৪২১
লক্ষ্মীৰ সমান ৰূপ সবেয়ো ধৰিলা ।
পৰম আনন্দ মনে বিমানে চলিলা ॥
কৃষ্ণৰ থানক সবে শীঘ্ৰবেগে গৈলা ।
গোলোকৰ বৃন্দাবনে গোপী হুয়া ৰৈলা ॥ ৩৫৪২২
গোপৰূপী ভক্তগণে তাতো নৰহিলা ।
ঈশ্বৰ কৃষ্ণৰ গাৱে গৈয়া প্ৰৱেশিলা ॥

অৰ্জ্জুনৰ খেদ আৰু কৃষ্ণ-পত্নীগণৰ পিণ্ডদান

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয় ।
ৰথ ঘোৰা নাশ দেখি বীৰ ধনঞ্জয় ॥ ৩৫৪২৩
শীঘ্রেবেগে বীৰবৰ গমন কৰিলা ।
এক দণ্ডমানে গৈয়া ৰণভূমি পাইলা ॥
বাল্য-বৃদ্ধ নৰ-নাৰী যিবা ৰৈয়া আছে ।
গোৱাল কেহিবা থানে নেদেখিলা পাচে ॥ ৩৫৪২৪
বাল্য-বৃদ্ধসকলত ফাল্গুনী পুছিলা ।
কৃষ্ণ-পত্নীগণ কিবা কাৰণে মৰিলা ॥
নৰগোটা গোপ ইটো কোনস্থানে গৈলা ।
কন্যাসকলক কিবা গোৱালে মাৰিলা ॥ ৩৫৪২৫
সবেয়ো কহিয়ো মোত চিত নোহে শান্ত ।
কৃষ্ণবন্ধু বিয়োগত এতেক বৃত্তান্ত ॥
দ্বাৰকাৰ নৰ-নাৰী সমৰ্পিয়া দিল ।
তাক ৰাখিবাক মোৰ শকতি নভৈল ॥ ৩৫৪২৬
অস্ত্র-শস্ত্র নজানয় নৰটা গোৱাল ।
সমৰ কৰিয়া আজি আমাক ভঙ্গাল ॥
আত কৰি কোন দোষ আমাৰ আছয় ।
বাল্য-বৃদ্ধ পুৰে থৈয়া যাইবো নিজালয় ॥ ৩৫৪২৭
বাল্য-বৃদ্ধগণে বাৰ্ত্তা অৰ্জ্জুনত কৈলা ।
কন্যাসকলক গোপে নিবে মন দিলা ॥
কৃষ্ণক চিন্তিয়া সবে পৰাণ এৰিলা ।
তেখনে গোৱালগণ অন্তৰ্দ্ধান ভৈলা ॥ ৩৫৪২৮
নিবে চাস দেখা আমি সবে আছো এথা ।
কি কহিবো আমাসাৰ অথন্তৰ কথা ॥
শুনি অৰ্জ্জুনৰ মনে পৰম বিস্ময় ।
অন্তৰ্দ্ধান ভৈল ইটো মনুষ্য নহয় ॥ ৩৫৪২৯
মোৰ অস্ত্রে নমৰিল ইসব আশ্চৰ্য্য ।
আনৰ নহয় ইটো আমাৰেসে কাৰ্য্য ॥
যিহোক সিহোক ইটো মোৰ কৰ্ম্মভাগে ।
কৃষ্ণপত্নীসকলক দহিবাক লাগে ॥ ৩৫৪৩০
এহি বুলি ধনঞ্জয়ে কাষ্ঠসব আনি ।
চিতা সাজি শৱ তুলি লগাইলা অগনি ॥
সমস্তৰে পিণ্ডদান দিয়া বিধিমতে ।
দান অৱসানে অস্থি ক্ষেপিলা গঙ্গাতে ॥ ৩৫৪৩১

অৰ্জ্জুনৰ ইন্দ্রপ্রস্থলৈ গমন আৰু দ্বাৰকাৰ বাল্য-বৃদ্ধক স্থাপন

তাত পাচে চলিলন্ত ইন্দ্রপ্রস্থ পুৰে ।
সবাৰো লোতক স্রৱি যান্ত নিৰন্তৰে ॥
কি কহিবো অৰ্জ্জুনৰ শোকৰ কথন ।
শৰীৰ শুখাইলা আৰু বিবৰ্ণ বদন ॥ ৩৫৪৩২
চক্ষুৰ লোতক সদা বহে মুক্তকেশ ।
সাক্ষাতে দেখিয় যেন ভিক্ষুকৰ বেশ ॥
চাৰি দণ্ডে পাইলা গৈয়া ইন্দ্রপ্রস্থ পুৰী ।
নগৰ ৰথীয়া যিবা আছে নৰ-নাৰী ॥ ৩৫৪৩৩
অৰ্জ্জুনৰ বেশ দেখি পৰম বিস্ময় ।
বাল্য-বৃদ্ধ নৰ-নাৰী লগে আসিছয় ॥
কিভৈলা বুলিয়া সবে পুছিবে লাগিলা ।
সৰ্ব্বনাশ ভৈল বুলি অৰ্জ্জুনে কহিলা ॥ ৩৫৪৩৪
কৃষ্ণ সূৰ্য্য অস্ত গৈল দ্বাৰকা বুৰিল ।
পথত আসন্তে মোক গোৱালে জিনিল ॥
যোড়শ হাজাৰ কন্যা নিবাক ধৰিল ।
স্বামীক চিন্তিয়া সবে পৰাণে মৰিল ॥ ৩৫৪৩৫
বাল্য-বৃদ্ধ নৰ-নাৰী লগে যি আমাৰ ।
এহিমানে শেষ ৰৈলা দ্বাৰকা পুৰৰ ॥
এহিবুলি বীৰবৰ ৰহিলা সিদিন ।
বাসা বান্ধি দিলা সমস্তকে ভিন্ন ভিন ॥ ৩৫৪৩৬
ভক্ষ্যদ্রব্য আস্বাদান দিলা ভাল ভাল ।
নিশা অৱসানে পাৰ্থ প্ৰভাতে উঠিল ॥

হস্তিনাপুৰত বিমঙ্গল দেখি যুধিষ্ঠিৰৰ দুশ্চিন্তা

অৰ্জ্জুনৰ কথামানে এখনো আছোক ।
যুধিষ্ঠিৰে যি কৰিলা তাক শুনিয়োক ॥ ৩৫৪৩৭
দেৱক যুজিবে নিলা অৰ্জ্জুনক হৰি ।
নাহিকে গৃহত পাৰ্থ সেহি দিন ধৰি ॥
যুধিষ্ঠিৰে বোলে আছে দ্বাৰকা পুৰত ।
কৃষ্ণসঙ্গে ভ্ৰাতৃ আছে চিন্তা নাহিকন্ত ॥ ৩৫৪৩৮

দুয়ো সখি একেলগে আসিব নগৰ।
দেখিবো দুহানো মুখ এহি বাঞ্ছা মোৰ ॥
এহি বুলি ধৰ্ম্মসুতে আছে বাট চাই।
মাস ছয় ভৈলা তভো বাৰ্ত্তাক নপায় ॥ ৩৫৪৩৯
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
হস্তিনাত বিমঙ্গল বহুত মিলয় ॥
বাম বাহু ফন্দে আৰো কপাল হৃদয়।
উলুকা নিৰ্ঘাত ধূমকেতু যে পৰয় ॥ ৩৫৪৪০
আকাশত গ্ৰহযুদ্ধ মিলৈ হুলস্থুল।
পিতৃৰ পুত্ৰৰ ঘোৰ মিলয় কন্দল ॥
নিজ নাৰীগণে নিন্দা কৰে স্বামীগণ।
জ্যেষ্ঠক কনিষ্ঠে বোলে নিন্দিত বচন ॥ ৩৫৪৪১
ফেকৰা আৰাব কৰে পদুলি পদুলি।
অকাৰ্য্যত দ্বন্দ্ব কৰে সাতে পাঞ্চে মিলি ॥
ব্ৰাহ্মণক লাগি কাৰো নাহিকে আদৰ।
মিছা মাতিবাক লাগি নাহিকয় ডৰ ॥ ৩৫৪৪২
দেখি যুধিষ্ঠিৰ ৰাজা ভৈল মহাভয়।
অৰ্জ্জুনৰ কথা ভাবি কম্পয় হৃদয় ॥
জীৱন মৰণ বাৰ্ত্তা নতু একো পাওঁ।
পাণ্ডৱবন্ধু কৃষ্ণ জানো হাতে হৰুৱাওঁ ॥ ৩৫৪৪৩

## অৰ্জ্জুনৰ হস্তিনাপুৰত উপস্থিতি আৰু যুধিষ্ঠিৰ আদিৰ খেদ

হেন অমঙ্গল দেখি ৰাজা যুধিষ্ঠিৰ।
অৰ্জ্জুনক লাগি খেদ সুগুচে মনৰ ॥
বিনাশৰ কাল বুলি মুনি কহি আছে।
ভীমক চাহিয়া ৰাজা বুলিলন্ত পাচে ॥ ৩৫৪৪৪
মোৰ প্ৰাণকৃষ্ণ আসি অৰ্জ্জুনক নিল।
ছয় মাস ভৈল বাপু দুনাই নাসিল ॥
উগুল থুগুল মোৰ মনে নোহে থিৰ।
হেন শুনি ভীমসেনে দিলেক উত্তৰ ॥ ৩৫৪৪৫
ব্ৰহ্মাণ্ডৰ নাথ কৃষ্ণ পৰম ঈশ্বৰ।
তান লগে ভয় কিবা আছে অৰ্জ্জুনৰ ॥
পৃথিৱীত কৃষ্ণদেৱ থাকয় যাৱত।
আমাৰ বিপত্তি দণ্ডা নাহিকে তাৱত ॥ ৩৫৪৪৬

এহিমতে বোলমাত্ত সদায়ে কৰন্ত।
তথাপিতো চিত্ত শান্ত কাহাৰো নোহন্ত ॥
বৈশম্পায়ন বোলে পৰীক্ষিতৰ নন্দন।
ভুমিপাৰে ধনঞ্জয় কৰিলা গমন ॥ ৩৫৪৪৭
দুয়ো নয়নৰ নীৰ সৰ্ব্বদা সুগুচে।
শৰীৰ শুখাইয়া গৈলা জঙ্কা মাত্ৰ আছে ॥
হা কৃষ্ণ কৃষ্ণ মুখে বুলিয়া যাহান্ত।
হস্তিনাপুৰত গৈয়া প্ৰবেশ ভৈলন্ত ॥ ৩৫৪৪৮
একেশ্বৰে আসে বীৰ কোনো নাহিকন্ত।
বাৰ্ত্তা পুছিবাক কেহো সামৰ্থ্য নোহন্ত ॥
ঢ়ালবি কৰি কতো কহন্ত ৰাজাত।
বিয়াকুল ভাব পাৰ্থ দেখিলা সাক্ষাত ॥ ৩৫৪৪৯
অৰ্জ্জুনৰ কথা শুনি ধৰ্ম্মৰ নন্দৰ।
আগ বাঢ়িবাক পাচে কৰিলন্ত মন ॥
সেহিবেলা প্ৰবেশিলা অৰ্জ্জুন সভাত।
নিঢালে পৰিল গৈয়া ৰাজাৰ আগত ॥ ৩৫৪৫০
দেখি অস্তৰীক্ষ ধাতু যুধিষ্ঠিৰ ভৈলা।
সিংহাসন হন্তে নামি সাবটি ধৰিলা ॥
সুশীতল জল সিঞ্চে চামৰে বিঞ্চিলা।
কতোবেলি মানে বীৰ কিছু সুস্থ ভৈলা ॥ ৩৫৪৫১
অৰ্জ্জুনক চাই ৰাজা পুছিবে লাগিলা।
কিবা হেতু বাপু তোৰ শৰীৰ শুখাইলা ॥
অতিথিক নেদি কিবা কৰিলি ভোজন।
পাতেক কৰিলি কিবা অগম্য গমন ॥ ৩৫৪৫২
ভয়াতুৰ প্ৰাণীক যে নকৰিলি ত্ৰাণ।
ঋষি মুনি তপস্বীক নেদিলিহি দান ॥
পথত আসন্তে জানো নিৰ্ব্বলে জিনিলা।
কৃষ্ণ প্ৰাণবন্ধু জানো পৃথিৱী এৰিলা ॥ ৩৫৪৫৩
ছয়মাস ভৈল বাপু গৈলা দ্বাৰকাক।
অপেক্ষা কৰিয়া আমি আছোহো তোমাক ॥
যাদৱ বংশৰ বাৰ্ত্তা কহিয়ো সকল।
মমা বসুদেৱ মোৰ আছন্ত কুশল ॥ ৩৫৪৫৪
কামদেৱ আদি কৰি কৃষ্ণৰ নন্দন।
এতে প্ৰীতি হৈয়া আছে সবেয়ো কল্যাণ ॥

উগ্রসেন ৰাজা সুখে কৃষ্ণৰ কৃপাত।
ৰাজ্য চৰ্চ্চা কৰি আছে দ্বাৰকাপুৰত ॥ ৩৫৪৫৫
ৰুক্মিণীক আদি কৰি কৃষ্ণ পত্নীগণ।
কুশলে আছন্ত সেৱি স্বামীৰ চৰণ ॥
জ্ঞাতিক ৰপ্তিয়া বলো কল্যাণে আছন্ত।
মোৰ ইষ্টদেৱ কৃষ্ণ কল্যাণে আছন্ত ॥ ৩৫৪৫৬
সৰ্ব্বভাৱে অনুগ্রহ আমাক কৰন্ত।
হেন প্ৰাণবন্ধু কৃষ্ণ কুশলে আছন্ত।
শীঘ্ৰ কৰি কহ বাপু বাৰ্ত্তা মোৰ ঠাই।
তোৰ ভাব দেখি মোৰ শৰীৰ কম্পয় ॥ ৩৫৪৫৭
হেনশুনি ধনঞ্জয়ে নিশ্বাস তেজিল।
কিবা বাৰ্ত্তা সোধা দদা সমূলে বুৰিল ॥
পিণ্ডাৰক তীৰ্থে ঋষি সমস্তে আছিলা।
নাৰীবেশ কৰি সাম্ব কুমাৰক নিলা ॥ ৩৫৪৫৮
কামদেৱ আদি কৰি কুমাৰসকল।
উপালম্ভ কৰি ঋষিসবতে পুছিল ॥
মহাক্ৰোধে ঋষিসবে ঘোৰ শাপ দিল।
এহিৰ গৰ্ভত হৌক লোহাৰ মুষল ॥ ৩৫৪৫৯
সমস্তে মৰিবি এহি অস্ত্ৰতে নিশ্চয়।
শাপ শুনি সমস্তৰে মিলিল সংশয় ॥
প্ৰভুত নকহি দিলা ৰাজাৰ আগত।
গুড়ি কৰি উগ্রসেনে পেলাইলা জলত ॥ ৩৫৪৬০
সাগৰৰ তীৰ জুৰি মাতুৰী গজিল।
তাত পাচে বিমঙ্গল পুৰীত মিলিল ॥
মৰণক ডৰি গৈয়া কহিলা কৃষ্ণত।
ভাৰ হৰিবাৰ চিত তাহান মনত ॥ ৩৫৪৬১
বুদ্ধি কৰি সমস্তকে প্ৰভাসক নিলা।
স্নান দান কৰি মধুময় সুৰা দিলা ॥
পাচে কৃষ্ণ সমস্তৰে ক্ৰোধ আৰোপিল।
অস্ত্ৰ শস্ত্ৰ ধৰি সবে যুজ আৰম্ভিল ॥ ৩৫৪৬২
সবাৰো গুচিল অস্ত্ৰ একো নৰহিল।
মাতুৰী উভাৰি আনি কোবাইবে লাগিল ॥
ঘোৰ ব্ৰহ্মশাপ পাচে তেখনে মিলিলা।
একো একো কোবে মৰি ভূমিত পৰিলা ॥ ৩৫৪৬৩

দেখি বলভদ্ৰে ক্ৰোধে কৃষ্ণক বুলিলা।
তুমি আমি বিদ্যমানে দেখা কেন ভৈলা ॥
আসা দুয়োজনে দ্বন্দ্ব ভাঙ্গো সমস্তৰ।
মধ্যে পশি গৈয়া যাই বুজাইলা বিস্তৰ ॥ ৩৫৪৬৪
ৰামক কৃষ্ণক আৰো মাৰিবে খুজিল।
দুয়ো ভাই ধৰি পাচে বিস্তৰ মাৰিল ॥
জনেক নৰৈল সবে সমৰে মৰিল।
বংশৰ শোকত বলো পৰাণে এৰিল ॥ ৩৫৪৬৫
জ্যেষ্ঠক ধৰিয়া কৃষ্ণে বিলাপ কৰন্ত।
অৰণ্যত গৈয়া পাচে প্ৰবেশ ভৈলন্ত ॥
শিশু অশ্বত্থৰ তলে বসিয়া ৰহিলা।
মৃগ বুলি ব্যাধে পাচে পাৱে প্ৰহাৰিলা ॥ ৩৫৪৬৬
শৰ হানি ব্যাধ গৈয়া ওচৰ চাপিল।
কৃষ্ণপাৱে শৰ দেখি চকিত হৰিল ॥
ভয় দূৰ কৰি কৃষ্ণে স্বৰ্গক পাঠিলা।
উদ্ধৱে দাৰুকে বনে বিচাৰিয়া পাইলা ॥ ৩৫৪৬৭
দাৰুকক ৰাখি ৰথ বৈকুণ্ঠে পঠাইলা।
বদৰিকাশ্ৰমে আজ্ঞা উদ্ধৱক দিলা ॥
মৈত্ৰেয়ে দেখিলা যাই সেহি সময়ত।
অমূল্য ভকতি ৰত্ন লভিলা কৃষ্ণত ॥ ৩৫৪৬৮
বিদুৰত কৈবে বুলি তাঙ্কো পাঠিলন্ত।
দাৰুকৰ আগে কৃষ্ণে আমাক বোলন্ত ॥
কাত গহ কৰি সখি থাকিব অৰ্জ্জুন।
হৰি হৰি দেখিবাক নপাইলো এখন ॥ ৩৫৪৬৯
কহিবি সখিৰ আগে বচন আমাৰ।
দ্বাৰকাৰ বাল্য বৃদ্ধ কৰিবন্ত পাৰ ॥
ইন্দ্ৰপ্ৰস্থে লৈয়া যাইবে পথে ৰক্ষা কৰি।
বাল্য বৃদ্ধসব আক দিলো আজি ধৰি ॥ ৩৫৪৭০
এহি বুলি দাৰুকক নগৰে পাঠিলা।
সেহিকালে প্ৰাণনাথ নিজস্থানে গৈলা ॥
হেন শুনি যুধিষ্ঠিৰ ভৈলেক বিজ্ঞান।
থকবক কৰে ৰাজা নাহিকে চেতন ॥ ৩৫৪৭১
হা প্ৰাণনাথ কৃষ্ণ অনাথ কৰিলা।
এহি বুলি যুধিষ্ঠিৰে ভূমিত পৰিলা ॥

ভীম সহদেৱ আৰো নকুলেও শুনি।
নিটালে পৰিল তিনি হিয়ে মুষ্টি হানি ॥ ৩৫৪৭২
বাৰ্ত্তা কহি ৰহিবাৰ নভৈল সামৰ্থ।
হা হা প্ৰাণকৃষ্ণ বুলি পৰিলন্ত পাৰ্থ ॥
সমাজৰ মাজে পাচে পাণ্ডৱ পৰিল।
পাত্ৰ মন্ত্ৰী সভাসদে কান্দিবে লাগিল ॥ ৩৫৪৭৩
সুভদ্ৰা উলুপী হেমা প্ৰবীৰ্ণা সুন্দৰী।
চিত্ৰাঙ্গদা সমে অৰ্জ্জুনৰ নিজনাৰী ॥
দ্ৰুপদনন্দিনী আৰো ৰাজাৰ নন্দিনী।
এসম্বে শুনিলা পাচে কান্দোনৰ ঊৰ্ম্মি ॥ ৩৫৪৭৪
কি ভৈল বুলিয়া সবে সচকিত ভৈলা।
সেহি সময়ত দূতে অন্তেষপুৰে গৈলা ॥
তাহাক দেখিয়া সবে চাপিল ওচৰ।
কিবা অথন্তৰ ভৈলা কহিয়ো সত্বৰ ॥ ৩৫৪৭৫
হেন শুনি দূতে পাচে কহিবে লাগিলা।
দ্বাৰকাৰ হন্তে বীৰ অৰ্জ্জুন আসিলা ॥
ক্ষীণচন্দ্ৰ সম মুখ হৈয়াছে মলিন।
শৰীৰ শুখাই আছে নিষ্পান দশন ॥ ৩৫৪৭৬
কৃষ্ণ-সূৰ্য্য অস্ত গৈলা অৰ্জ্জুন কহিল।
সভামধ্যে পাণ্ডোভাই পৰি মূৰ্চ্ছা গৈল ॥
সভাৰ লোকৰ বৰ ক্ৰন্দনৰ ঊৰ্ম্মি।
এহি সত্য কথা মাৱ কহিলোহো আমি ॥ ৩৫৪৭৭
কৃষ্ণৰ বিয়োগ কথা শুনিয়া নিশ্চয়।
কৃষ্ণৰ গুণক গায়া কান্দে আতিশয় ॥
লাজ কাজ মৰ্য্যাদাকো এৰিলা নিশেষ।
সবেয়ো সভাত গৈয়া ভৈলেক প্ৰবেশ ॥ ৩৫৪৭৮
মৃতকৰ বেশে দেখে পাণ্ডো আছে পৰি।
কান্দি কান্দি পাত্ৰ মন্ত্ৰী আছয় আবৰি ॥
দেখিয়া অধিক আৰো শোক উথলিলা।
দীৰ্ঘ কৰি ডাক দিয়া কান্দিবে লাগিলা ॥ ৩৫৪৭৯
কথমপি যুধিষ্ঠিৰ উঠিয়া বসিল।
চলো পৰো কৰি চাৰি ভ্ৰাতৃয়ো উঠিল ॥
ক্ৰন্দন কৰিয়া ৰাজা পাৰ্থক বোলয়।
অৰ্জ্জুনৰ আগে বাৰ্ত্তা ৰাজায়ে সোধয় ॥ ৩৫৪৮০
তুমিনো কৃষ্ণক এৰি কৈতবা আছিলা।
লগতে থাকিয়া কেনে প্ৰভুক এৰিলা ॥
অৰ্জ্জুনে বোলন্ত দদা দোষ নাহি মোত।
মোহোক নিলেক কৃষ্ণে দেৱক যুজিত ॥ ৩৫৪৮১
জগতৰ বল বীৰ্য্য দিয়া মোৰ গাৱে।
শাৰঙ্গ ধনুক প্ৰভু দিলা সেহি ঠাৱে ॥
সেহি ধনু ধৰি মই দেৱক যুজিলো।
তাত পাচে হৰ সমে সমৰ কৰিলো ॥ ৩৫৪৮২
পাশুপাত অস্ত্ৰ ক্ৰোধে ধৰিলন্ত হৰ।
চক্ৰ ধৰি সিয়ো অস্ত্ৰ কৰিলো নিবাৰ ॥
ভয় পায়া পশুপতি গৈলেক পলাই।
এহিমতে সমস্তৰ গৰ্ব্ব ভৈল ছাই ॥ ৩৫৪৮৩
দেৱক নিৰ্ভয় পাচে দিলা কৃপাময়।
সাগৰৰ ভাৰ্য্যা আনি দিলা হৰিহয় ॥
সেহি কন্যা ৰথে লৈয়া আসিলো ভূমিক।
গঙ্গাৰ তীৰত কৃষ্ণে যুলিলন্ত মোক ॥ ৩৫৪৮৪
যুদ্ধ কৰিবাৰ সখি আউৰ কাৰ্য্য নাই।
প্ৰাণীহত্যা পাপচয় গুচায়োক যাই ॥
ভূমিভাৰ আছে কিছু বংশত আমাৰ।
বুদ্ধিবলে নাশিবোহো নলাগে তোমাৰ ॥ ৩৫৪৮৫
তীৰ্থসব স্নান কৰি শীঘ্ৰে সখি আহা।
ৰথৰ নামিয়া মোক বিদায় দিলাহা ॥
প্ৰভুক নমিয়া মই হৰিদ্বাৰে গৈলো।
তাত পাচে গৈয়া আমি গণ্ডকীক পাইলো ॥ ৩৫৪৮৬
স্নান কৰি আমি পাচে প্ৰয়াগে আসিলো।
বিদ্যাপতি নামে এক ব্ৰাহ্মণ দেখিলো ॥
ভাৰত পুৰাণ কহে আগত শিষ্যৰ।
তাক দেখি গৈলো মই তাহান ওচৰ ॥ ৩৫৪৮৭
মোক দেখি বিপ্ৰসবে পৰম আদৰে।
ভালমতে থান মোক দিলা ৰহিবাৰে ॥
প্ৰয়াগত স্নান কৰি বিপ্ৰৰ সভাত।
নিত্যাগতে বিপ্ৰমুখে শুনোহো ভাৰত ॥ ৩৫৪৮৮
এহিমতে ছয়মাস মোৰ বহি গৈলা।
মোহোৰ শৰীৰে পাচে বিমঙ্গল ভৈলা ॥

আৰো দেখিলোহো মই সপোন নিশাত।
যদুবংশে দিগম্বৰ দক্ষিণ দিশত ॥ ৩৫৪৮৯
বৰ ভয় লভি গৈয়া পুছিলো বিপ্রত।
ভাল নোহে বুলি মোক পাঠিলা ত্বৰিত ॥
বায়ুত অধিক কৰি গমন ধৰিলো।
এহিমতে আসি পাচে দ্বাৰকা দেখিলো ॥ ৩৫৪৯০
দ্বাৰকাৰ কান্তিচয় চক্ষুৰে নেদেখি।
নিশ্চয় জানিলো মোক এৰিলন্ত সখি ॥
দ্বাৰত সবেয়ো পাচে মোহোক দেখিল।
কৃষ্ণ বুলি নৰনাৰী বেঢ়িয়া ধৰিল ॥ ৩৫৪৯১
তাসম্বাৰ মুখে কথা সকলে শুনিলো।
স্বৰূপ জানিয়া মই ঢলিয়া পৰিলো ॥
সেহি সময়ত পাচে দাৰুক আসিলা।
প্রভুৰ সকল বার্ত্তা আমাত কহিলা ॥ ৩৫৪৯২
নৌকা আনি নৰ-নাৰী কৰিলোহো পাৰ।
তীৰতে সাজিলো গৃহ শ্রাদ্ধ কৰিবাৰ ॥
সমস্তৰে কর্ম্ম-ক্রিয়া কৰিলো নিশেষ।
ৰাম মাধৱৰ শ্রাদ্ধ কৰাইলো বিশেষ ॥ ৩৫৪৯৩
বাল্য বৃদ্ধ স্ত্রীক লৈয়া কৰিলো গমন।
সমস্তেয়ো শোকে আতি কৰন্ত ক্রন্দন ॥
আৰো এক অথন্তৰ ভৈলন্ত পথত।
দাঙ্গ ধৰি নৱ গোপ আসিল তথাত ॥ ৩৫৪৯৪
কৃষ্ণপত্নীসকলক নিবাক ধৰিল।
ত্রাহি ধনঞ্জয় বুলি আৰাৱ কৰিল ॥
ভয় নাহিকয় বুলি গাণ্ডীৱ ধৰিলো।
নৱগোটা শৰ আনি গুণত জুৰিলো ॥ ৩৫৪৯৫
গোৱালক লাগি প্রহাৰিলো দৃঢ়তৰ।
দাঙ্গ পাক দিয়া অস্ত্র কৰিলে নিবাৰ ॥
ক্রোধ কৰি শৰচয় কৰিলো প্রহাৰ।
বিনাশ কৰিলা তাকো পাকতে দাঙ্গৰ ॥ ৩৫৪৯৬
দিব্যবাণ ধৰি পাচে ভেদিলো প্রত্যেক।
তাৰ চাৰিজন গোপ অদৃশ্য ভৈলেক ॥
পাঞ্চজনে ৰহিলেক সমুখে আমাৰ।
বৰ বৰ অস্ত্র মই কৰিলো প্রহাৰ ॥ ৩৫৪৯৭
গোৱালক নমাৰয় ফিৰিয়া নাসয়।
এহিমতে মোৰ শৰসব যায় ক্ষয় ॥
তাত পাচে প্রহাৰিলো মনুষ্যৰ শৰ।
অযুতে নিযুতে আৰো হাজাৰে হাজাৰ ॥ ৩৫৪৯৮
শৰ দেখি অদৃশ্য যে হৈয়া পাঞ্চজন।
গোৱালক নপাই শৰ পশিলন্ত টোণ ॥
নিৰ্ব্বৰ্ত্তিয়া দেখি শৰ ৰিক্ত ভৈলা হাত।
কালানল অস্ত্র মই ধৰিলো ক্রোধত ॥ ৩৫৪৯৯
অভিচাৰ মন্ত্রচয় কৰিলো স্মৰণ।
কম্পিবে লাগিলা তেবে তিনিয়ো ভুবন ॥
সৃষ্টি নষ্ট যায় দেখি প্রভু প্রজাপতি।
মোহোৰ আগত স্থিত ভৈলন্ত সম্প্রতি ॥৩৫৫০০
আগ পাচ চিনাই কথা আমাত কহিলা।
অস্ত্র প্রহাৰিবে মোক নিষেধ কৰিলা ॥
ব্রহ্মাৰ বাক্যক মই বৃথা নকৰিলো।
কালানল অস্ত্রগোট টোণে সোমাই থৈলো ॥৩৫৫০১
শুভ শুভ বুলি দেৱসমে প্রজাপতি।
আপোনাৰ থানে থানে কৰিলন্ত গতি ॥
অসন্তোষ মনে পাচে ৰথত ৰহিলো।
কৃষ্ণে কহিবাৰ জ্ঞান চিন্তিবে ধৰিলো ॥ ৩৫৫০২
মোৰ প্রাণনাথ কৃষ্ণ হৃদিতে দেখিলো।
বিৰহৰ ভয়ে মই চক্ষু নেমেলিলো ॥
সেহি সময়তে আসি গোৱালে ধৰিল।
ৰথে সমন্বিতে মোক দূৰতে পেলাইল ॥ ৩৫৫০৩
কৃষ্ণপত্নীসকলক ধৰিল নিবাক।
ভয় পায় কন্যাগণে প্রাণ এৰিলেক ॥
গোপগণে তেতিক্ষণে অন্তর্দ্ধান ভৈল।
সমাধি এৰিয়া মই গলো তত কাল ॥ ৩৫৫০৪
বাল্য-বৃদ্ধসকলৰ মুখে বার্ত্তা পাইলো।
কাষ্ঠচয় আনি আত দহন কৰিলো ॥
হেনৰূপে সমস্তৰে পিণ্ডদান দিলো।
বাল্য বৃদ্ধ লৈয়া পাচে গমন কৰিলো ॥ ৩৫৫০৫
প্রবেশিলো ইন্দ্রপ্রস্থ নগৰে আমাৰ।
অন্ন আচ্ছাদনে বাসা দিলো সমস্তৰ ॥

কৃষ্ণৰ প্ৰয়াণ বাৰ্ত্তা কহিবে তোমাত।
দেখিলাহা দদা মোক পুৰে হস্তিনাত ॥ ৩৫৫০৬
সত্যশীল দদা তুমি কৃষ্ণত ভকত।
মোক আশা এৰা আজি কৃষ্ণৰ লগত ॥
কৃষ্ণবিনে বল বীৰ্য্য নাহিকে সম্প্ৰতি।
মেৰুমূলে লাগ পাব দিছে প্ৰজাপতি ॥ ৩৫৫০৭
এহিবুলি ধনঞ্জয় নিজমে ৰহিলা।
যুধিষ্ঠিৰে মনে মনে গুণিবে লাগিলা ॥
কৃষ্ণ ধনঞ্জয় দুয়ো অভিন্ন শৰীৰ।
ৰাজ্যভোগ কৰো আমি কাৰণে ইহাৰ ॥ ৩৫৫০৮
কৃষ্ণ বিনে ধনঞ্জয় নাথাকে নিশ্চয়।
কোনজন ৰাজা হোৱে পুছি চাহো মই ॥
ভীমক পুছিয়া চাহে ৰাজা যুধিষ্ঠিৰ।
দুই ভ্ৰাতৃ লগ হৈয়া ৰাজ্য ভোগ কৰ ॥ ৩৫৫০৯
অৰ্জ্জুন সহিতে মই চলো মেৰুমূল।
ৰাজাৰ বচন শুনি ভীমেয়ো বুলিল ॥
এতেক ঘাতুক বাণী বোলা কি কাৰণ।
ধনঞ্জয় সমে তুমি কৰিবা গমন ॥ ৩৫৫১০
ৰাজা হুইবে বোলা তুমি এহি নগৰত।
নহৈবোহো ৰাজা মই কৈলো স্বৰূপত ॥
সত্য কৰি কহো দদা বচন আমাৰ।
একোকালে নেৰিবোহো সঙ্গক তোমাৰ ॥ ৩৫৫১১
সেহি সময়ত বোলে নকুল কুমাৰে।
সুখে দুখে অতকাল লগতে তোমাৰে ॥
পৰম পুৰুষ কৃষ্ণ ৰক্ষক আমাৰ।
অনাথ কৰিয়া গৈলা পুৰে আপোনাৰ ॥ ৩৫৫১২
এহি সময়ত দদা যাহা কেনে এৰি।
সত্য কৰি বোলো মই যাইবো লগ ধৰি ॥
তাত পাচে সহদেৱে বুলিলা বচন।
মোহোৰ বচন দদা কৰা অৱধান ॥ ৩৫৫১৩
ইহাতে থাকিবো আৰ মুহিকয় ভাল।
পৰীক্ষিত নাতিক যে পাতা মহীপাল ॥
পাঞ্চোভাই মেৰুমূলে কৰোহো গমন।
পৃথিৱীত থাকিবাৰ নাহি প্ৰয়োজন ॥ ৩৫৫১৪

ৰাজা বোলে ভালমতে কহিলি বচন।
ৰাজা পাতি আমি তাঙ্ক কৰো নিয়োজন ॥
জয়যুক্ত প্ৰতাপবল্লভ মইবৰ।
শিৱৰ বংশত জানা গুণৰ মন্দিৰ ॥ ৩৫৫১৫
কৃষ্ণবৰ্ণ কলেৱৰ তৰুণীমোহন।
সকলে সম্পূৰ্ণ অঙ্গ নাহি খতিখুণ ॥
বুদ্ধিত সাগৰ আৰো দানে কৰ্ণ সম।
সদায় চিন্তিয়া থাকে গোবিন্দ চৰণ ॥ ৩৫৫১৬
মুনিচন্দ্ৰে সিন্ধুচন্দ্ৰে সমে সঙ্গ হৈল।
ৰণ কৰি শত্ৰু নাশি দেশক ৰাখিল ॥
এগাৰমাল গজমাল সবে গুচিছিল।
আপুনাৰ বুদ্ধিবলে সবাকে কৰিল ॥ ৩৫৫১৭
ছত্ৰাকাৰ তিনিগোট মঠ কৰিলন্ত।
শিৱ দুৰ্গা জনাৰ্দ্দন মূৰ্ত্তি থাপিলন্ত ॥
শাস্ত্ৰে কহি আছে যত দানৰ বিধান।
সাঞ্চিত নকৰি ধন থাকে কৰি দান ॥ ৩৫৫১৮
বিশ্বনাথ সীমা কৰি মানাহ পৰ্য্যন্তে।
ধৰ্ম্মপথে সমস্তকে পালন কৰন্তে ॥
এহিমতে মইবৰ সাহায্যে সদায়।
তাহান কৃপাত আমি থাকি তিনিভাই ॥ ৩৫৫১৯
ভাৰতৰ শেষকথা ৰচিলো পয়াৰ।
দোষ দেখি বুধজন ক্ষমিবা আমাৰ ॥
ভণে পৃথুৰামে ধৰি চৰণে কৃষ্ণৰ।
বোলা ৰাম ৰাম সবে তৰিবা সংসাৰ ॥ ৩৫৫২০

---

### বজ্ৰকুমাৰৰ অভিষেক

### দুলড়ী

সেহি সময়ত বোলন্ত ভীমক
শীঘ্ৰে ইন্দ্ৰপ্ৰস্থে যাহা।
যাদৱ বংশৰ ভাল শিশু এক
পুৰে ৰাজা পাতি আহা ॥

অৰ্জ্জুনে আনিয়া যাক আছে থৈয়া
তাক জিজ্ঞাসিবা ভালে।
কৃষ্ণৰ বিয়োগে তত নাহি গাৱে
ধনঞ্জয় শোকাকুলে ॥ ৩৫৫২১
দিব্য বস্ত্ৰ আনো যিবা থাকে মানে
দিবা তুমি সমস্তক।
সেহি সময়ত অৰ্জ্জুনে বোলন্ত
কহো দদা শুনিয়োক ॥
অনিৰুদ্ধ নাতি আছে একগুটি
নামত বজ্ৰকুমাৰ।
দ্বাদশ বছৰ হৈয়াছে তাহাৰ
তাত কৰি নাই বৰ ॥ ৩৫৫২২
পাৰ্থৰ বচন শুনি ৰাজা ধৰ্ম্ম
ভীমক বোলে ডুনাই।
ইন্দ্ৰপ্ৰস্থে গৈয়া বজ্ৰক যে ৰাজা
পাতা মোৰ বোলে যাই ॥
আমিয়ো এথাত নাতি পৰীক্ষিত
পাতিবোহো মহীপাল।
বিলম্ব নকৰি আসিবাহা তুমি
কাল ইটো নোহে ভাল ॥ ৩৫৫২৩
ৰাজাৰ বচন জানি ভীমসেন
বুলিলা ৰাজাক চাই।
তব আজ্ঞাচয় কৰিবো নিশ্চয়
নেৰিবা মোক সদায় ॥
ৰাজা বোলে বাপ সংশয় নকৰ
নেৰিবো মোক অকলে।
পাঞ্চ ভাইগণে ব্ৰত ধৰি ফুৰি
চলিবোহো মেৰুমূলে ॥ ৩৫৫২৪
পাচে বৃকোদৰ চৰণে ৰাজাৰ
প্ৰণামিয়া বাৰম্বাৰ।
ৰাজ অলঙ্কাৰ হয় হস্তী ৰথ
লৈলা ৰাজা পাতিবাৰ ॥
ইন্দ্ৰপ্ৰস্থে দ্ৰুতে চলে বায়ুসুতে
ৰাজআজ্ঞা শিৰে ধৰি।

কতোবেলি মানে গৈয়া ভীমসেনে
পাইলা ইন্দ্ৰপ্ৰস্থ পুৰী ॥ ৩৫৫২৫
দ্বাৰকাপুৰৰ বাল্য-বৃদ্ধসব
দেখিলন্ত বৃকোদৰ।
মহা শোকাতুৰ হুইয়া বিমৰিষ
কান্দিলন্ত বহুতৰ ॥
ভীমৰ ক্ৰন্দন শুনি সৰ্ব্বজন
আসিলন্ত নিৰন্তৰ।
পাচে ভীমসেন এৰিয়া ক্ৰন্দন
চক্ষুৰ মুচিয়া নীৰ ॥ ৩৫৫২৬
সবাকে শুনায়া বোলে বৃকোদৰ
ৰাজাৰ ইটো সম্মত।
বজ্ৰকুমাৰক ৰাজা পাতিবাক
লাগে এহি নগৰত ॥
এহি বুলি ভীমে বস্ত্ৰ অলঙ্কাৰ
দিলা যোগ্য যোগ্য চাই।
বজ্ৰকুমাৰক নানা অলঙ্কাৰ
পিন্ধাইলন্ত কোলে লই ॥ ৩৫৫২৭
পৰম সুন্দৰ কৰাইলন্ত পুৰ
ঢাক-ঢোল ভেৰী বাৱে।
সভাৰ মধ্যত দিব্য সিংহাসন
পাৰিলন্ত নিয়া যাৱে ॥
সবে কাৰ্য্যচয় কৰিয়া নিয়ম
ৰহিলন্ত সেই দিন।
প্ৰভাততে উঠি কুমাৰক আনি
কৰাইলন্ত স্নান দান ॥ ৩৫৫২৮
বিধিৰতে বৃদ্ধি- শ্ৰাদ্ধক কৰায়া
ব্ৰাহ্মণক দান দিলা।
কুমাৰক ভীমে তুলি সিংহাসনে
ৰাজাৰ আজ্ঞা কহিলা ॥
শুনা সভাসদ ৰাজাৰ বচন
বজ্ৰক ৰাজা পাতিলে।
আজি ধৰি সবে নন্দীগ্ৰামী লোকে
মানিব আক সকলে ॥ ৩৫৫২৯

কুমাৰকো পাচে শিখাইলন্ত ভীমে
স্বধৰ্ম্মে কৰিবি দণ্ড ।
বিনা অপৰাধে নকৰিবি ক্ৰোধ
নহৈবি আতি প্ৰচণ্ড ॥
পৰীক্ষিত নাতি হৈব তোৰ পতি
পিতৃভাৱে দেখ সদায় ।
এহি বুলি ভীমে মঙ্গল কৰিলা
ঢাক ঢোক শঙ্খ বজাই ॥ ৩৫৫৩০
পাচে ভীমসেনে ৰাজাৰ বচনে
বাল্য বৃদ্ধত পুছিলা ।
তোমৰাসবক ধনঞ্জয় বাৰে
কিবা দ্ৰব্য দিয়া গৈলা ॥
যদি লাগে মোত খুজিয়ো সম্বৰ
দিবো মই সমস্তক ।
সবে বোলে বাপ নলাগয় দ্ৰব্য
অৰ্জ্জুনে দিছা সবাক ॥ ৩৫৫৩১
ধৰ্ম্মৰ বচন কৰিল সকলে
বায়ুসুত মহাবল ।
সবাকো আশ্বাসি বচনে সম্বোধি
বিদায় পাচে কৰিল ॥
শুনা নৰলোক ভাৰত চৰিত্ৰ
আমাৰ ইটো সাধন ।
ৰাম কৃষ্ণ বোলা হৃদি ৰূপ ধৰা
লভিবা বৈকুণ্ঠ স্থান ॥ ৩৫৫৩২

মুষলপৰ্ব্ব সমাপ্ত

---

অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

## মহাপ্ৰস্থানিক পৰ্ব্ব

পৰীক্ষিতৰ অভিষেক

ছবি

বৈশম্পায়নে বোলে শুনা পৰীক্ষিতৰ নন্দন
ভীমক পাক্ষিলা যুধিষ্ঠিৰে।
সহদেৱ কুমাৰক ধৰ্ম্মৰাজ বুলিলেক
মোৰ বোল কৰহ সত্বৰে॥
হস্তিনাপুৰত কালি পাতিবোহো অধিকাৰী
পৰীক্ষিত নাতিক আমাৰ।
অভিষেক দ্ৰব্য যত কৰিয়োক নিয়োজন
বিলম্বক বাপু পৰিহৰ॥ ৩৫৫৩৩
ৰাজাৰ বচন শুনি পণ্ডিতত অগ্ৰগণি
সহদেৱ কনিষ্ঠ কুমাৰে।
হস্তিনা নগৰীখান কৰাইলন্ত বিতোপন
বাদ্যসব বাবৈ নিৰন্তৰে॥
দীপ ঘট পূৰ্ণকুম্ভ বস্ত্ৰ আচ্ছাদিত কুম্ভ
উপৰে আৰিলা চন্দ্ৰতাপ।
দিব্য নেট বস্ত্ৰ শাৰী পিন্ধিলন্ত নৰনাৰী
তাসম্বাৰো গুচিল সন্তাপ॥ ৩৫৫৩৪
সুবৰ্ণৰ সিংহাসন সুবৰ্ণৰ দণ্ড ছত্ৰ
নবীন কৰিয়া কৰিলন্ত।
পৰীক্ষিত কুমাৰক উপবাস কৰাইলেক
অলঙ্কাৰ গাবে পিন্ধাইলন্ত॥
এহিমতে নিয়োজন কৰি পাচে সহদেৱ
ৰাজাৰ আগত গৈয়া কৈয়া।
তোমাৰ বচনে কাৰ্য্য কৰিলোহো সবসাজ
নাতিকো উপৰে আছো থৈয়া॥ ৩৫৫৩৫
এহি বুলি সহদেৱ ৰাজাক কৰিয়া সেৱ
আপোন আসনে বৈলা বসি।
সেহি সময়ত পাচে সূৰ্য্য অস্তগত ভৈলা
ৰজনী প্ৰবেশ ভৈলা আসি॥
সায়াহ্নৰ ক্ৰীড়া কৰি- বাক যুধিষ্ঠিৰ ৰায়
পশিলন্ত হৰিৰ মন্দিৰে।
নিত্যকৃত্য কৰি সাঙ্গ তিনিভাই লৈয়া ৰঙ্গে
বসিলন্ত গৈয়া অভ্যন্তৰে॥ ৩৫৫৩৬
নকুলক পাক্ষি দিয়া সুভদ্ৰাক মাতি নিয়া
বুলিলন্ত ধৰ্ম্মৰ নন্দন।
নাতিক আগত লৈ ৰাজচৰ্চ্চা কৰা গৈ
ৰাজপদ কৰিয়া ৰক্ষণ॥
কৃষ্ণৰ ভগিনী তুমি শিখাইবে নলাগে আমি
সৰ্ব্বকালে তুমি সুলক্ষণী।
ৰাজাৰ যতেক ধৰ্ম্ম সেহিবেলা যেহি কৰ্ম্ম
কুমাৰক শিখাইবা আপুনি॥ ৩৫৫৩৭
হস্তিনাপুৰক এৰি নযাইবাহা তুমি সতী
নাতি গুচি হৈবেক অনাথ।
মোৰ বাণী অৱহেলা কদাচিতো নকৰিবা
মিছা নোহে ইটো পৰমাৰ্থ॥

ৰাজাৰ বচন শুনি বসুদেৱৰ নন্দিনী
শোকাগ্নি লাগিল সৰ্ব্বগাৱে।
মোৰ প্ৰাণনাথ স্বামী কিমতে এৰিবো আমি
কি কাৰ্য্যে জন্মাইলে মোক মাৱে ॥৩৫৫৩৮
যদি ধৰ্ম্মবাণী এৰো দুৰ্ঘোৰ নৰকে পৰো
নেদেখো আৰ একো উপায়।
একোকালে মোৰ বাণী নতু শুনে মহীপতি
উত্তৰ দিবো কেনে দুনাই ॥
একান্ত ভকতি কৰি বশ্য কৰি আছে হৰি
হৰি বশ্য দেখো সমুদায়।
যেন বাদ্যসব বাই নৰ্ত্তকীক নচুৱায়
কৃষ্ণকো কৰিছে সেহি প্ৰায় ॥ ৩৫৫৩৯
বিশেষত পাৰ্থ কৃষ্ণ দুহানো দুহিকে ভিন্ন
নাৰদে কহিছে সবে মোত।
কাৰো নোহে দুয়োভেদ জানিবাহা স্বৰূপত
এক হৈব মেৰুৰ মূলত ॥
এবে ধৰ্ম্ম আজ্ঞা ৰাখো স্বামীসঙ্গ বৰ মাগো
আতপৰে নাহিকে উপায়।
এবে মনে কৰি থিৰ লজ্জাক কৰিয়া দূৰ
ধীৰে ধীৰে ৰাজাত কহয় ॥ ৩৫৫৪০
তথু আজ্ঞা বাধিবাক মোৰ শক্তি নাহিকয়
কিন্তু বৰ দিয়োক আমাক।
সৰ্ব্বকালে প্ৰয়োজন স্বামীসঙ্গ হবৈ স্থান
এহিমানে কৃপা কৰিয়োক ॥
হেন শুনি ধৰ্ম্মৰায় সুভদ্ৰাক বোলে আই
সিদ্ধি হৌক তোৰ মনোৰথ।
কতো দিনা অন্তৰত এৰিয়োক কলেৱৰ
মোৰ বৰে পাইবা স্বামী পাৰ্থ ॥ ৩৫৫৪১
ধৰ্ম্মৰ বচন ব্যৰ্থ কদাচিতো নহৈলন্ত
কৃষ্ণ পাৰ্থ ভৈল একজন।
উৰিষ্যা সাক্ষাতে গৈয়া সুভদ্ৰাক কোলে লৈয়া
আছে প্ৰভু দেৱ নিৰঞ্জন ॥
চতুৰ্দ্দশ হাজাৰ বৰ্ষ নৱশত দুই বৰ্ষ
যেবে কলিযুগ বহি গৈল।
ঈশ্বৰৰ ভৈলা ইচ্ছা পাণ্ডৱৰ শেষ কথা
পদবন্ধে প্ৰচাৰ যে ভৈলা ॥ ৩৫৫৪২
আকে জানি নৰলোক নিন্দা নকৰিবা মোক
কৃষ্ণেসে কৰাইবে ইটো কৰ্ম্ম।
বিষ্ণুমূৰ্ত্তি শিৱ জপি সবে পুণ্যৱন্তে আছে
তান লীলা শুনি কৰা ধৰ্ম্ম ॥
চতুৰ্দ্দশ ভুবনত আছে যত কৃষ্ণভক্ত
সমস্তকে মোৰ নমস্কাৰ।
কহে দ্বিজ পৃথুৰাম বোলা সবে ৰাম ৰাম
সুখে পাৰ হৈবা সংসাৰৰ ॥ ৩৫৫৪৩

---

পদ

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
সুভদ্ৰাক বৰ দিয়া ধৰ্ম্মৰ তনয় ॥
তিনিভাই লগে লৈয়া তথাতে আছিলা।
কৃষ্ণ বিনে ক্ষুধা তৃষ্ণা সবায়ে এৰিলা ॥ ৩৫৫৪৪
নিশি অৱসানে সূৰ্য্য উদয় ভৈলন্ত।
প্ৰাতসৰ ক্ৰিয়াচয় ৰাজা কৰিলন্ত ॥
দূত পাঠি পাত্ৰ মন্ত্ৰী সবাকো চপাইল।
ধৌম্য পুৰোহিত লৈয়া শ্ৰাদ্ধ আৰম্ভিল ॥ ৩৫৫৪৫
পৰীক্ষিত কুমাৰক লগতে লৈলন্ত।
সহদেৱ ভ্ৰাতৃক যে ৰাজা পাতিলন্ত ॥
হোম জপ ব্ৰত ভোজ কৰি নিৰন্তৰ।
দান কৰন্তোক আৰো নকুল কুমাৰ ॥ ৩৫৫৪৬
দ্ৰৌপদী সুভদ্ৰা দুয়ো কৰোক মঙ্গল।
মোহোৰ বচনে সবে কৰোক সকল ॥
নিয়োজন ধনঞ্জয় কৰোক সভাত।
কৃষ্ণ বিনে ভয়াই মোৰ নিশ্ৰীক ভৈলন্ত ॥ ৩৫৫৪৭
এহি বুলি বৃদ্ধিশ্ৰাদ্ধ কৰিবে ধৰিল।
ৰাজাৰ বচনে সহদেৱ যে লৰিল ॥
নকুলৰ আগে ৰাজা আজ্ঞাক কৰিল।
দ্ৰৌপদী সুভদ্ৰা দুইতো মঙ্গল কৰিল ॥ ৩৫৫৪৮

সভা নিয়োজন কার্য্য কৈয়া অৰ্জ্জুনত।
নিযোজিলা হোম বিপ্র ভাল একশত ॥
বিধিৰতে হোম মন্ত্রে লক্ষেক হৱন।
দুই লক্ষ জপ দিলা দুইশত ব্রাহ্মণ ॥ ৩৫৫৪৯
ত্রিতয় হাজাৰ দ্বিজ ভোজনত থিত।
কচ্ছপ হৰিণ খাসি মৎস্য মাংস যত ॥
মাস মুগ ফল মুল দধি দুগ্ধ ঘৃত।
ভুঞ্জিবাক পাৰেমানে দিলন্ত সমস্ত ॥ ৩৫৫৫০
নকুলেও আজ্ঞা শুনি গৈয়া ভাণ্ডাৰত।
সুবৰ্ণ ৰজত বস্ত্র আনিয়া সমস্ত ॥
মন পূৰি সমস্তকে দান পূৰিলেক।
বিপ্রসবে বোলে আৰ নালাগে আমাক ॥৩৫৫৫১
দ্রৌপদী সুভদ্রা দুয়ো ৰাজআজ্ঞা শুনি।
নগৰীয়া নাৰীসব মাতিয়া যে আনি ॥
সাতগোট ঘট সাতে লৈলা সাজিপাৰি।
দ্রৌপদী সুভদ্রা বধূ উত্তৰা কুমাৰী ॥ ৩৫৫৫২
উলুপী প্রবীর্ণা হেমা চিত্রাঙ্গদা সমে।
সুবৰ্ণৰ সাত ঘট লৈলা অনুক্রমে ॥
নাৰীসবে মিলি পাচে দিলন্ত উকলি।
গীত গায়া গৈয়া জল আনিলন্ত তুলি ॥ ৩৫৫৫৩
কুমাৰক আনি বেদী মধ্যত যে থৈলা।
মঙ্গল কৰিয়া মনে নোৱাইয়া ধুৱাইলা ॥
তাত পাচে পঞ্চগব্যে কৰাইলন্ত স্নান।
ৰাজযোগ্য বস্ত্র গাৱে কৰি পৰিধান ॥ ৩৫৫৫৪
অৰ্জ্জুনে সভাত বসি নিয়ম কৰিল।
সিংহাসন চাৰি কাষে কদলী পুতিল ॥
ঢাক ঢোল শঙ্খ ভেৰী তবল খঞ্জৰি।
উপাঙ্গ দোতৰা কালি তক্ষক জাঞ্জৰি ॥ ৩৫৫৫৫
তাল খোল মৃদঙ্গ কয়াদি বাৱে চাই।
নৰ্ত্তকীসকলে নৃত্য কৰে ঠাই ঠাই ॥
ঘৃতৰ প্রদীপ শাৰী কৰিয়া লগাইলা।
অগৰু কাষ্ঠৰ ধূম্রে সভাক ব্যাপিলা ॥ ৩৫৫৫৬
যোগ্য যোগ্য স্থানে পাত্র মন্ত্রী বসিলন্ত।
চতুষ্পাশে হয় হস্তী ৰথক থৈলন্ত ॥
এহিমতে ধনঞ্জয়ে সভাক কৰিয়া।
যুধিষ্ঠিৰ আগে কথা কহিলন্ত গৈয়া ॥ ৩৫৫৫৭
তব আজ্ঞা লৈয়া দাদা সভ্যক পাতিলো।
বিলম্বত কার্য্য নাই তোমাত কহিলো ॥
অৰ্জ্জুনৰ বাণী শুনি ধৰ্ম্মৰ নন্দনে।
কুমাৰক লৈয়া ৰাজা লৰিলা তেখনে ॥ ৩৫৫৫৮
ধৌম্য আদি কৰি পাৰ্থ চলন্ত সমস্ত।
অসংখ্যাত বিপ্রগণে চলে চতুৰ্দ্দিশ ॥
নানাবিধ বাদ্য বাৱে মনত হৰিষ।
এহিমতে গৈয়া ভৈলা সভাত প্রবেশ ॥ ৩৫৫৫৯
দ্রৌপদীক মুখ্য কৰি ৰমণী যতেক।
দাসীগণ সঙ্গে লৈয়া সবে আসিলেক ॥
নগৰৰ নৰ-নাৰী আছিলেক যত।
ৰঙ্গ চাহিবাক লাগি আসিছে যতেক ॥ ৩৫৫৬০
সভাত প্রবেশ হৈয়া বোলে ধৰ্ম্মৰাজ।
মোহোৰ বচন হেৰা শুনা কৃপাচাৰ্য্য ॥
অভিমন্যুসুত ইটো নাতি অৰ্জ্জুনৰ।
আক আগ কৰি ৰাজ্য প্রতিপাল কৰ ॥ ৩৫৫৬১
শিখাইবাহা ৰাজনীতি ব্যৱহাৰ যত।
বিনা অপৰাধে দণ্ড নহৈব পৰত ॥
সেৱকক দান দিবা সময়ৰ বেলা।
তেৱেসে সেৱকে কাৰ্য্য নকৰিবা হেলা ॥ ৩৫৫৬২
আনো আনো কথা যত শিখাইবাহা তুমি।
পৰীক্ষিত নাতি গুচি ৰাজা পাতো আমি ॥
এহি বুলি যুধিষ্ঠিৰে কুমাৰক লৈলা।
দিব্য সিংহাসনে নিয়া উপৰে তুলিলা ॥ ৩৫৫৬৩
জয় জয় বুলি প্রজা দিলেক জোকাৰ।
ঢাক ঢোল বাদ্যচয় বাৱে নিৰন্তৰ ॥
সেহি সময়ত ভীম আসিল সম্প্রতি।
ইন্দ্রপ্রস্থে কুমাৰক পাতিয়া নৃপতি ॥ ৩৫৫৬৪
ৰাজাৰ চৰণে নমিলন্ত বৃকোদৰ।
তযু আজ্ঞা ধৰি ৰাজা পাতিলো কুমাৰ ॥
বাল্য বৃদ্ধ সকলোকে জিজ্ঞাসিলো ভালে।
অৰ্জ্জুনে দিয়াছে বুলি কহিলা সকলে ॥ ৩৫৫৬৫

দ্ৰৌপদীৰ সৈতে পঞ্চ-পাণ্ডৱৰ গৃহত্যাগ

ৰাজা বোলে ভাই বাপু কৰিলা সুন্দৰ।
হস্তিনাপুৰৰ আশা মানে দূৰ কৰ ॥
এহি বুলি সুভদ্ৰাক বোলে যুধিষ্ঠিৰ।
এহি নাতি লৈয়া আই ৰাজ্য ভোগ কৰ ॥ ৩৫৫৬৬
আমাক লাগিয়া তুমি নকৰিবা মৰ্ম্ম।
স্বামীৰ চৰণ চিন্তি থাকিবা স্বধৰ্ম্ম ॥
তাত পাচে সমজ্যাক বুলিলা বচন।
মোক লাগি শোক নকৰিবা কেহোজন ॥ ৩৫৫৬৭
তথাতে আছিলা যত বিশেষ ব্ৰাহ্মণ।
স্বহস্তে কৰিলা ৰাজা সমস্তকে দান ॥
কৃষ্ণৰ চৰণ চিন্তি থাকিবি নিয়মি।
শৰীৰৰ ইন্দ্ৰিয়ক থৈয়া পাচে দমি ॥ ৩৫৫৬৮
আপোনাৰ অলঙ্কাৰ পেলাইলা খসাই।
মাথাত বান্ধিলা জটা আষ্টাক অনাই ॥
পৰিধান কৰিলন্ত বাকলি বসন।
ভস্ম লৈয়া সৰ্ব্বগাৱে কৰিলা লেপন ॥ ৩৫৫৬৯
দেখে চাৰিভাই ৰাজা হৈলন্ত বৈষ্ণৱ।
চাৰিও ধৰিলা তেতিক্ষণে সেহি ভাৱ ॥
দেখিয়া দ্ৰৌপদী বোলে কিবা চাহো আমি।
মোৰ পাঞ্চস্বামী দেখো ভৈল বনগামী ॥ ৩৫৫৭০
বাকলি বসন আনি পিন্ধিবে ধৰিলা।
একো সাতবাৰ পিন্ধিবাক নপাৰিলা ॥
দেখি ধনঞ্জয় বোলে পিন্ধিবে নালাগে।
পৰিধান বস্ত্ৰ সবে চলিয়োক লাগে ॥ ৩৫৫৭১
পাৰ্থৰ বচনে কৃষ্ণা বাকলি এৰিলা।
স্ত্ৰীৰ সঙ্গ এৰি স্বামী সমীপক গৈলা ॥
এহিমতে ছয়োজন একস্থান ভৈলা।
তাক দেখি প্ৰজাসবে শোকাকুল হৈলা ॥ ৩৫৫৭২
পৃথিৱীত পৰি কান্দে হাকুলে ব্যাকুলে।
আজিসে গুচিল জানো আনন্দ সকলে ॥
হৰি হৰি যায় আই ৰাজ পটেশ্বৰী।
লেখিলে বিধাতা কেনে দুখভাগী কৰি ॥ ৩৫৫৭৩
একবাৰ ভুঞ্জি বনবাসৰ নিকাৰ।
তাতো দশ গুণেধিক মিলিল ইবাৰ ॥
যাৰ নিদ্ৰা নিশি নয় ৰত্নৰ আসনে।
আবে কেনমতে ফুৰিবাহা বনে বনে ॥ ৩৫৫৭৪
ৰাতুলৰ বৰ্ণ যেন সুকোমল ভৰি।
সঙ্কটে কণ্টকে ফুৰিবাহা কেনে কৰি ॥
এহি বুলি কান্দে আৰ্ত্তৰাৱে নৰ-নাৰী।
হিয়ে মুষ্টি হানি শোকে বাগৰি বাগৰি ॥ ৩৫৫৭৫
লোকৰ ক্ৰন্দন শুনি পাণ্ডুৰ কুমাৰ।
ভাল মন্দ একো পাচে নেদিলা উত্তৰ ॥
এৰিলন্ত দণ্ড-ছত্ৰ জন ৰাজ্যভাৰ।
সুহৃদ বান্ধৱ আৰো মিত্ৰ আপোনাৰ ॥ ৩৫৫৭৬
হয় হস্তী এৰিলন্ত অক্ষয় ভণ্ডাৰ।
সবাকো তেখনে কৰিলন্ত পৰিহাৰ ॥
মনক নিয়ম কৰি পাচে ছয়োজনে।
হস্তিনাপুৰৰ বাজ ভৈলা তেতিক্ষণে ॥ ৩৫৫৭৭
আগে ভৈলা যুধিষ্ঠিৰ পাচে ভীমসেন।
পাচত যে চলে শ্বেতবাহন অৰ্জ্জুন ॥
তাত পাচে মাদ্ৰীসুত নকুল চলন্ত।
চাৰিৰো পাচত সহদেৱ চলিলন্ত ॥ ৩৫৫৭৮
সবাৰো পাচত চলে দ্ৰুপদনন্দিনী।
সৰ্ব্বাঙ্গে সুন্দৰী দেৱী প্ৰফুল্ল বদনী ॥
এহি ছয়জন বাজ ভৈলা নগৰৰ।
লগত চলিলা প্ৰজা সবে নিৰন্তৰ ॥ ৩৫৫৭৯
দেখন্ত লগত সবে চলে নৰনাৰী।
হেন দেখি দুখ মন ভৈলা ধৰ্ম্মবিৰী ॥
প্ৰবোধ বচনে পঠাইলেক উলটাই।
পৰীক্ষিতে লৈয়া যাই পুৰে হস্তিনায় ॥ ৩৫৫৮০
তাৰ চাৰিজন নাৰী নগৈলেক তদা।
উলুপী প্ৰবীৰ্ণা হেমা আৰু চিত্ৰাঙ্গদা ॥
অৰ্জ্জুনক লাগি শোক কৰে চাৰিজন।
সেৱিবে নপাইলো আমি স্বামীৰ চৰণ ॥ ৩৫৫৮১
শ্যামবৰ্ণ কলেবৰ সুন্দৰ বদন।
গুণে দাসৰথী ৰাম কামিনীমোহন ॥

সকল কাৰ্য্যত প্ৰভু নোহে অসমৰ্থ।
তাক দেখি কৃষ্ণদেৱে নাম দিলা পাৰ্থ ॥ ৩৫৫৮২
হেন স্বামী অবিহনে ৰহিবো কিমতে।
কাক চাহি ৰহিবোহো হস্তিনাপুৰতে ॥
কতো পুণ্যফলে স্বামী পাইলো অৰ্জ্জুনক।
আশাপূৰ্ণ নতু হন্তে ত্যজিলে আমাক ॥ ৩৫৫৮৩
পৃথিৱীত থাকিবাৰ নাহি প্ৰয়োজন।
এহি বুলি গঙ্গা জলে কৰিলন্ত স্নান ॥
অৰ্জ্জুনক মনে দেৱী আলিঙ্গি ধৰিলা।
কৃষ্ণ বুলি চিত্ৰাঙ্গদা পৰাণ এৰিলা ॥ ৩৫৫৮৪
শৰীৰ এৰিয়া পুনু দিব্যৰূপ ধৰি।
বিমানে চৰিয়া গৈলা গন্ধৰ্ব্বৰ পুৰী ॥
উলুপী দেখন্ত পাচে চিত্ৰাঙ্গদা গৈলা।
সেহিমতে উলুপীয়ো পৰাণ এৰিলা ॥ ৩৫৫৮৫
অনন্ত স্থানৰপৰা বিমান আসিলা।
তাহাত চৰিয়া দেৱী ততকালে গৈলা ॥
চবিবশ মায়াক জানে হেমা বৰনাৰী।
মায়া কৰি প্ৰবেশিলা বিতল নগৰী ॥ ৩৫৫৮৬
পাৰ্ব্বতী সহিতে হেমা সখী কৰিছিল।
সেহি হেতুতেসে গোসানীৰ সঙ্গে ৰৈল ॥
তাত পাচে প্ৰবীৰ্ণাই ইন্দ্ৰক চিন্তিলা।
জানি পুৰন্দৰে পাচে বিমান পাঠিলা ॥ ৩৫৫৮৭
সেহি বিমানত চৰি অমৰাৱতী গৈলা।
এহিমতে চাৰিজনে পৃথিৱী এৰিলা ॥
হস্তিনাপুৰক পাচে পৰীক্ষিত গই।
মহা অসন্তোষ মনে ক্ৰন্দন কৰয় ॥ ৩৫৫৮৮
কাক চাহি থাকিবোহো এহি নগৰত।
পিতামহসব মোৰ নাহিকে ইহাত ॥
চাৰি পিতামহী মোৰ গৈলা পৰলোক।
কিকাৰণে ৰাজা পাতি থৈয়া গৈলা মোক ॥ '৮৯
কৃপাচাৰ্য্যে বোলে ৰাজা শুনিয়োক তুমি।
পুৰাতন কথাসব কহিবোহো আমি ॥
ত্ৰেতাৰ যুগত দশৰথ গৃহে হৰি।
চাৰিজন হৈয়া তাত অৱতাৰ ধৰি ॥ ৩৫৫৯০
জ্যেষ্ঠ ৰামচন্দ্ৰ ভৈল মধ্যম ভৰত।
তাত পাচে লক্ষ্মণ যে শত্ৰুঘ্ন শেষত ॥
সপত্নী মাতৃৰ দোষে ৰাম গৈল বনে।
লগত চলিলা সীতা আউৰ যে লক্ষ্মণে ॥ ৩৫৫৯১
বনত আছিল যত ৰাক্ষস পিশাচ।
তাহাক মাৰিয়া ৰামে কৰিলা নিসঙ্ক ॥
পাচে সীতা হৰি নিলে দুৰ্জ্জন ৰাৱণে।
তাৰ দশস্কন্ধ ছেদিলন্ত ৰাম বাণে ॥ ৩৫৫৯২
অগ্নিত পৰীক্ষা কৰি সীতা সামৰিলা।
পুষ্পক যানত চৰি অযোধ্যাক গৈলা ॥
পিতৃৰ দেশত ৰাম ৰাজা ভৈলা পাচে।
তিনি ভ্ৰাতৃ লগে লৈয়া কতোদিন আছে ॥ ৩৫৫৯৩
ৰামক এৰিয়া সীতা চলিলা পাতাল।
দুৰ্ব্বাসা কালৰ হাতে লক্ষ্মণ গুচিল ॥
বিৰকতি লাগিলন্ত ৰামৰ মনত।
ৰাজা হোৱা বুলি পুছিলন্ত ভৰতত ॥ ৩৫৫৯৪
নহৈবো বুলিয়া ৰাজা কহিলা ৰামত।
পাচে কুশক যে ৰাজা পাতি অযোধ্যাত ॥
সসৈন্যে প্ৰবেশ ভৈলা বনৰ ভিতৰ।
ৰামৰ প্ৰসাদে নৰ-নাৰী নিৰন্তৰ ॥ ৩৫৫৯৫
অক্ষয় স্বৰ্গক গৈলা মনুষ্য শৰীৰ।
লৱ-কুশ থাকিলন্ত সেহিটো নগৰ ॥
এহি পৰে মৰ্ম্ম কথা হৈয়াছে আগত।
নজানিয়া শোক তুমি কৰা অকাৰ্য্যত ॥ ৩৫৫৯৬
ৰাজ্য চৰ্চ্চা কৰা ৰাজা মোৰ বোল ধৰা।
এতেকে তাহান শোক সকলে পাসৰা ॥
আৰো এক কথা কহো শুনাহা সম্প্ৰতি।
মণিপুৰে দুত তুমি পাঠা শীঘ্ৰগতি ॥ ৩৫৫৯৭
বভ্ৰুবাহা আসন্তোক শ্ৰাদ্ধ কৰিবাক।
এহি চাৰি মাতৃৰ যে কৰ্ম্ম কৰন্তোক ॥
কৃপৰ বচনে ৰাজা চাৰিগোটা দুত।
সাৰশেষ কথা কহি পাঠিলা ত্বৰিত ॥ ৩৫৫৯৮
তাত পাচে সুভদ্ৰা সুন্দৰী বৰনাৰী।
অৰ্জ্জুনক লাগি কান্দে সুমৰি সুমৰি ॥

তৰিবাৰ নৰলোক দুৰ্ঘোৰ কলিত।
শুনিয়োক সৰ্ব্বলোক ভাৰত চৰিত ॥ ৩৫৫৯৯
কেতিক্ষণে ধৰে কালে তাৰ নাহি থিত।
কৃষ্ণৰ চৰণ মনে ধৰা একচিত ॥
বোলে পৃথুৰাম দ্বিজে এৰা আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ৩৫৬০০

---

সুভদ্ৰাৰ বিলাপ

**মুক্তাৱলী**

পৰম সুন্দৰ কুন্তাৰ কুমাৰ
হাসি মনোহৰ ৰাতুল অধৰ এ
শোক অগনিক জ্বালিলা মোৰ হিয়াত।
কি মোৰ কপাল ভৰ যুৱাকাল
মোহোৰ নগৈল তুমি সমে কাল এ
পৰম বিকলি থাকিবো মই কিসত ॥
তোমাৰ বিৰহে মোৰ দেহা দহে
হৃদয় নসহে পৰাণো নাৰহে এ
তুমি অবিহনে কি কাৰ্য্য জীৱন মোৰ।
হেৰা প্ৰাণেশ্বৰ হৃদিৰ ঈশ্বৰ
সদায় তোমাৰ আছিলো স্নেহৰ এ
অৰ্দ্ধ কলেৱৰ আছিলো মই তোমাৰ ॥ ৩৫৬০১
তোমাক নাপাই হেৰা প্ৰাণ যায়
থাকিবো ইঠাই কেনমতে মই এ
পুনু চন্দ্ৰসম নেদেখি তোমাৰ মুখ।
বদনে তোমাৰ মৌন বহুতৰ
দেখিলে আমাৰ আনন্দ অপাৰ এ
বিধাতা বঞ্চিলে সিসব আমাৰ সুখ ॥
দ্ৰুপদকুমাৰী আছে তপ কৰি
তযু লগ ধৰি গৈলেক সুন্দৰী এ
ধৰ্ম্মৰ বচনে থাকিলো এথাতে পৰি।
তুমি সম বীৰ নাহি ধনুৰ্দ্ধৰ
তিনিয়ো লোকৰ অন্তক বৈৰৰ এ
ভাৰ হৰিলাহা অৱতাৰ তুমি ধৰি ॥ ৩৫৬০২
বসন ভূষণ ধিক বিভোগন
পৰিয়াৰ জন মিত্ৰ পুত্ৰগণ এ
সবে অকাৰণ স্বামীৰ সঙ্গ বিহীনে।
মই অভাগিনী তোমাৰ কাহিনী
ভৈলো কুলক্ষণী. থাকিয়া আপুনি এ
ধিক ধিক মোৰ জীৱন ইটো যৌৱনে ॥
পূৰ্ণ শশধৰ বিকাশ পদ্মৰ
সঙ্গত মোহোৰ দেখিয়া সুন্দৰ এ
তাহাৰ কান্তিয়ে দেখি মোহোক শোভা কৰয়।
কৰিয়া কাতৰ চৰণে কৃষ্ণৰ
শোক সুভদ্ৰাৰ কৰিলো প্ৰচাৰ এ
ৰাম ৰাম ৰাম বুলিয়ো সবে সদায় ॥ ৩৫৬০৩

---

পাণ্ডৱৰ মহাপ্ৰস্থানত ইন্দ্ৰ আৰু যমৰ ছদ্মবেশে পৰীক্ষা, বাটত অগ্নিৰ লগত সাক্ষাত আৰু অৰ্জ্জুনৰ গাণ্ডীৱ ধনু গঙ্গাত নিঃক্ষেপ

পদ

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
এহিমতে সুভদ্ৰাৰ ক্ৰন্দন বিস্তৰ ॥
শুনি নগৰৰ নৰ-নাৰী চাপি আসি।
প্ৰবোধ কৰিলা সবে বচনে আশ্বাসি ॥ ৩৫৬০৪
বিলাপৰ কথা আবে এখনে থাকোক।
পাণ্ডৱৰ যেন ভৈলা তাক শুনিয়োক ॥
নগৰৰ বাজ যেবে পাণ্ডৱ যে ভৈলা।
ইন্দ্ৰসমে যমৰাজা আলোচিবে লৈলা ॥ ৩৫৬০৫
কেনমতে নিবো পুনু মোহোৰ ভৱনে।
কিন্তু অশ্বত্থামা বুলি আছে দ্ৰোণ স্থানে ॥
সেহি পাপে দেখিবাক লাগয় নৰক।
কেনমতে নিবো দেৱৰাজ সিথানক ॥ ৩৫৬০৬
যমৰ সম্মুখি ইন্দ্ৰে বুলিলা বচন।
নিদ্ৰাৱলী লগে লৈয়া কৰিয়ো গমন ॥
সুপাৰ্শ্ব পৰ্ব্বতে উঠি মেৰুক আসন্তে।
নিদ্ৰাতুৰ কৰি পেলাইবাহা পৰ্ব্বতন্তে ॥ ৩৫৬০৭

একেশ্বৰ কৰি যুধিষ্ঠিৰক ৰাখিবা।
শ্বান ৰূপ ধৰি তুমি লগতে আসিবা॥
তোমাক মাৰিবে মই উঠিয়া যে যাইবো।
ৰাজাৰ পৰীক্ষা আমি তথাতে চাহিবো॥ ৩৫৬০৮
তোমাৰ নগৰে মই নিবো যুধিষ্ঠিৰ।
এহিমান কাৰ্য্য তুমি কৰিয়ো সত্বৰ॥
ইন্দ্ৰৰ বচনে পাচে নিদ্ৰাৱলী সমে।
পাণ্ডৱৰ লাগ আসি ধৰিলন্ত যমে॥ ৩৫৬০৯
শ্বান ৰূপ ধৰি দ্ৰৌপদীৰ পাচে যায়।
অদৃশ্য স্বৰূপে নিদ্ৰাৱলীয়ো চলয়॥
পাণ্ডৱ ৰহিলা সেহিদিনা গঙ্গাতীৰে।
প্ৰভাতে উঠিয়া স্নান কৰি নৃপবৰে॥ ৩৫৬১০
পূৰ্ব্বমুখে আছে ৰহি ইন্দ্ৰিয়ক দমি।
মনত জপন্ত নিৰঞ্জন অন্তৰ্য্যামী॥
আগে যুধিষ্ঠিৰ পাচে ভীম ধনঞ্জয়।
নকুল সহদেৱ তান পাচত চলয়॥ ৩৫৬১১
পাঞ্চোৰে পাচত চলে দ্ৰুপদনন্দিনী।
কৃষ্ণাৰ পাচত চলে কুক্কুৰা একখানি॥
এহিমতে যান্ত সবে কৃষ্ণনাম লই।
নদী নদ সৰোবৰ গহ্বৰ চৰয়॥ ৩৫৬১২
জল স্থল এৰি নগৰক নানা দেশ।
গঙ্গাৰ তীৰত পাচে ভৈলন্ত প্ৰবেশ॥
গাণ্ডীৱ ধনুক নেৰে বীৰ ধনঞ্জয়।
হেন দেখি অগ্নি বাট ভেটিয়া আছয়॥ ৩৫৬১৩
অগ্নি বোলে শুনা বাপ ধনঞ্জয় বীৰ।
তোমাৰ প্ৰসাদে মোৰ নিৰুজ শৰীৰ॥
ইন্দ্ৰক নিবাৰি দিলা খাণ্ডৱ দহিলো।
ৰথ ধ্বজ টোণ সমে গাণ্ডীৱক দিলো॥ ৩৫৬১৪
ঈশ্বৰ শক্তিত ইটো ধনু তিনি খান।
সত্ত্ব ৰজ তম জানা সেহি তিনি গুণ॥
সত্ত্ব গুণে ভৈলা ধনু সাৰঙ্গ উত্তম।
পিণাকে হৈলেক ধনু গুণতে যে তম॥ ৩৫৬১৫
ৰজ গুণে জানা বাপ ধনু যে গাণ্ডীৱ।
এহি ধনু টানিবাক নপাৰয় কেৱ॥

যিটো যুগে প্ৰভু কৃষ্ণ হৈবে অৱতাৰ।
তৈতে এহি ধনু লৈয়া হৈবে অৱতাৰ॥ ৩৫৬১৬
আকে জানি গাণ্ডীৱক থৈয়ো বৰুণত।
মিছা নুহিকয় আমি কৈলো স্বৰূপত॥
অগ্নিৰ বচন শুনি ইন্দ্ৰৰ নন্দন।
গঙ্গাত কেপিলা পাচে ধনু টোণ বাণ॥ ৩৫৬১৭
পাঞ্চো ভাই কৰিলন্ত অগ্নিক সম্মান।
তথাতে ভৈলন্ত অন্তৰ্দ্ধান হুতাশন॥
অনন্তৰে তৈতে পাচে পাণ্ডুৰ সন্তান।
গঙ্গাত নামিযা পাচে কৰিলন্ত স্নান॥ ৩৫৬১৮
স্নানে পানে সবাৰ গুচিল শ্ৰম দুখ।
পাচে পাঞ্চো ভাই ভৈলা দক্ষিণক মুখ॥
গঙ্গানদী তীৰে তীৰে যাহান্ত সদায়।
সাগৰ দেখিলা গৈয়া পাচে পঞ্চ ভাই॥ ৩৫৬১৯
ঢউসব উঠে যেন পৰ্ব্বত আকাৰ।
জাকে জাকে চৰে মৎস্য কুম্ভীৰ মগৰ॥
নানাবিধ জলজন্তু তাহাতে চৰয়।
মেঘৰ গৰ্জ্জনে যেন কতোহো নাদয়॥ ৩৫৬২০
সাগৰৰ ঢউ পাচে লৈয়া নৃপবৰ।
প্ৰবেশিলা মঠে সমে নীল-মাধৱৰ॥
মাধ-সুলোচন নামে আছিল পূৰ্ব্বত।
নীল পাথৰৰ মূৰ্ত্তি কৰিলন্ত তাত॥ ৩৫৬২১
সুবৰ্ণৰ মঠ বান্ধি দিলা উপৰত।
পূৰ্ণব্ৰহ্ম আসি পাচে ভৈলন্ত বেকত॥
যেথনে আসিল কৃষ্ণ জগত ঈশ্বৰ।
থানৰ হৈলেক অধিকাৰী মহেশ্বৰ॥ ৩৫৬২২
বৃক্ষৰূপে বটবৃক্ষ আছয় তাহাত।
মাৰ্কণ্ডেয় নামে হ্ৰদ বটৰ তলত॥
হ্ৰদত স্নানিলে নীল ভক্তি পাৱে নৰে।
ভাৰ্য্যা ভ্ৰাতৃ সমে স্নান কৰি যুধিষ্ঠিৰে॥ ৩৫৬২৩
নীল-মাধৱক পাচে হৈল দৰশন।
পৰম আনন্দে ৰহিলন্ত সেহি দিন॥
দ্ৰৌপদী সহিতে পৰদিন পাঞ্চো ভাই।
উত্তৰক লাগিয়া যে সবে চলি যায়॥ ৩৫৬২৪

দ্ৰৌপদীৰ পাচে একগুটি কুক্কুৰ যায়।
সবাৰো পাচত নিদ্ৰা অদৃশ্যে চলয় ॥
এহিমতে নদী গিৰি বিস্তৰ চলয়।
মহেশৰ মূৰ্ত্তি মুক্তিনাথ পাইলা গই ॥ ৩৫৬২৫
ৰহিলন্ত সেহিদিন তাত মহাৰায়।
ৰজনী প্ৰভাতে কৃষ্ণা সমে পাঞ্চ ভাই ॥
স্নান কৰি মুক্তিনাথ দৰশন হই।
উত্তৰ দিশক সবে গমন কৰয় ॥ ৩৫৬২৬
অঙ্গতে ঈশ্বৰ শক্তি পাণ্ডৱত আছে।
পথ গতি কৰি হৰিদ্বাৰ পাইলা পাচে ॥
পৰম আনন্দে স্নান কৰি বিধিৱতে।
ফল মূল ভুঞ্জি ৰাতি ৰহিল তথাতে ॥ ৩৫৬২৭
প্ৰভাতে উঠিয়া তাতে কৰি স্নান পান।
হৰিদ্বাৰ পৰ্ব্বতত হৈয়া আৰোহণ ॥
পৰ্ব্বত উপৰে চলি যায় উত্তৰক।
দুৰ্গম পথক গই গঙ্গোত্ৰী পাইলেক ॥ ৩৫৬২৮
যোজন বহল কুণ্ড ছত্ৰৰ আকাৰ।
গঙ্গোত্ৰী নামত তান গঙ্গাৰ নগৰ ॥
এহিমতে নৱ কুণ্ড নৱ বৰিষত।
সাগৰ বাহিনী দেৱী ক্ৰমে থাকে তাত ॥ ৩৫৬২৯
স্নান দান কৰি ভাৰ্য্যাসমে পাঞ্চ ভাই।
আনিলন্ত ফল-মূল চাৰিও কোঞ্চাই ॥
যুধিষ্ঠিৰে ঈশ্বৰক দিলন্ত উৎসৰ্গি।
যাজ্ঞসেনী সবাহাক্কে দিলন্ত বিভাগি ॥ ৩৫৬৩০
এহিমতে সেহিদিন তথাতে ৰহিলা।
প্ৰভাতে উত্তৰ মুখে গমন কৰিলা ॥
গিৰি গুহা দুৰ্গম যে বহুত এৰাই।
হিমালয় সীমা দণ্ড দেখিলন্ত যায় ॥ ৩৫৬৩১
সহস্ৰ যোজন পথ উৰ্দ্ধে জুৰিছয়।
তাৰপৰা দশোদিশে পৰে হিম বই ॥
তস্কৰ লটকে যেন গৃহে সিন্ধি দেই।
হিমালয় ভেদি গঙ্গা সেহিমতে বয় ॥ ৩৫৬৩২
ৰহিবে নপাৰে শূন্যে হিমৰ কাৰণে।
কাষ্ঠ তৃণ আনি বাসা বান্ধে ভীমসেনে ॥
চাৰিভ্ৰাতৃ ভাৰ্য্যা কুক্কুৰসমে যুধিষ্ঠিৰে।
ৰহিলা চাৰিও সেহি বাসাৰ ভিতৰে ॥ ৩৫৬৩৩
নিদ্ৰাৱলী ৰহিলন্ত সঙ্গত তাহাৰ।
মায়া কৰি আছে তেহো অদৃশ্য সবাৰ ॥
এহিমতে ঘৰত থাকিয়া সমীপত।
ফল-মূল আহাৰ কৰিলা পুৰি চিত্ত ॥ ৩৫৬৩৪
কৃষ্ণক চিন্তিয়া সেহি ৰজনী বঞ্চিলা।
প্ৰভাতে উঠিয়া সবে স্নানক কৰিলা ॥
সহস্ৰ প্ৰহৰ পথ উৰ্দ্ধে যে পৰ্ব্বত।
তাহাতে উঠিলা গৈয়া পাণ্ডৱ সমস্ত ॥ ৩৫৬৩৫
পৰ্ব্বতত হিম আঠুমান হৈয়া যায়।
তথাপিতো আগবাঢ়ি যান্ত পাঞ্চো ভাই ॥
দ্ৰৌপদীক ধনঞ্জয় হাতে ধৰিলন্ত।
কুক্কুৰৰূপে যমৰাজা পাচত চলন্ত ॥ ৩৫৬৩৬
তান পাচে নিদ্ৰাৱলী চলে অলক্ষিতে।
সেহিমতে চৰাইলন্ত গৈয়া যে পৰ্ব্বতে ॥
কিম্পুৰুষ নামে সিটো মধ্যম বৰিষ।
নিদ্ৰা কুক্কুৰ কৃষ্ণাসমে পাণ্ডৱ প্ৰবেশ ॥ ৩৫৬৩৭
শ্ৰান্ত হুয়া সেহিদিনা তথাতে আছিলা।
হিম নিবাৰিয়া ভীমে বাসাক বান্ধিলা ॥
ফল-মূল ভুঞ্জি সেহি ৰজনী বঞ্চিয়া।
স্নান কৰি ৰহিলন্ত প্ৰভাতে উঠিয়া ॥ ৩৫৬৩৮
কৃষ্ণা সমে স্নান কৰি দ্ৰুতে পাঞ্চো ভাই।
ৰাম সীতাদেৱী দৰশন ভৈলা যায় ॥
প্ৰদক্ষিণ কৰি পাচে ৰামৰ চৰণে।
উত্তৰক মুখে পাচে কৰিলা গমনে ॥ ৩৫৬৩৯
বায়ুবেগে যান্ত সবে শক্তি ঈশ্বৰৰ।
দণ্ডেকে দিবস পথ চলে নিৰন্তৰ ॥
এহিমতে খুৰ নদী গিৰিক চৰায়।
হনুমন্ত আশ্ৰমক পাইলা গৈয়া যায় ॥ ৩৫৬৪০
ষড়ঋতু একহুয়া ৰহে সেহি স্থানে।
অসংখ্যাত ফল পকি আছয় নানানে ॥
পথশ্ৰমে প্ৰবেশ পাচে ভৈলেক পাণ্ডৱে।
মাথে বস্ত্ৰ দিয়া কৃষ্ণা গৈলা সেহি ঠাৱে ॥ ৩৫৬৪১

দেখি হনুমন্তে আগবাঢ়ি নিলা আসি ।
নানাবিধ ফল-মূলে পূজিলা হৰিষি ॥
অনন্তৰে কথা হনু ৰাজাত পুছিলা ।
যেনমতে কৃষ্ণদেৱে পৃথিৱী এৰিলা ॥ ৩৫৬৪২
সেহি ৰাতি সাৰশেষে হনুত কহিয়া ।
প্ৰভাতে উঠিয়া মাৰুতিত আজ্ঞা লৈয়া ॥
উত্তৰৰ মুখে চমু পথক ধৰিলা ।
নদী নদ জঙ্গলক বহুত চৰাইলা ॥ ৩৫৬৪৩
হেমাদ্ৰী নামত একগোট কুণ্ড বৰ ।
কিম্পুৰুষক সেহি গঙ্গাৰ নগৰ ॥
তাহাক পাইলেক গৈয়া পাণ্ডুৰ কুমাৰ ।
ৰহিলন্ত সেহিদিন পাৰতে কুণ্ডৰ ॥ ৩৫৬৪৪
মনুষ্যে নাপায় তাত দেৱতাত বিনে ।
দ্ৰৌপদী সহিতে স্নান কৰি সেহি স্থানে ॥
উত্তৰক মুখে চলি যান্ত নৃপবৰ ।
কৃষ্ণা সমে চাৰি ভ্ৰাতৃ পাচত তাহাৰ ॥ ৩৫৬৪৫
তান পাচে কুক্তাৰূপে চলে যমৰায় ।
সবাৰ পাচত নিদ্ৰা কেহো নেদেখয় ॥
এহিমতে গতি কৰি বহু পথ যান্ত ।
হেমকুট নামে সীমা পৰ্ব্বত দেখন্ত ॥ ৩৫৬৪৬
সহস্ৰ যোজন জুৰি আছে গিৰিবৰ ।
মনুষ্য যাইবাৰ শক্তি আছয় কাহাৰ ॥
হেমকূট ভেদি গঙ্গাজল বহে নদী ।
সেহি দিনে গিৰি কাম্পে ৰহিলন্ত ছেদি ॥ ৩৫৬৪৭
ফল-মূল আনিবাক গৈলা চাৰি ভাই ।
নানাবিধ আলু জৰা পকা কৰদৈই ॥
তৰমুজা খৰমুজা কণ্টক যে বাঙ্গি ।
ৰাজাৰ আগত আনি দিলা সাঙ্গি সাঙ্গি ॥ ৩৫৬৪৮
যুধিষ্ঠিৰে ঈশ্বৰত অৰ্পণ কৰিলা ।
দ্ৰৌপদীয়ে সবাহাক বিভাগিয়া দিলা ॥
একভাগ দিলা নিয়া ভীমৰ আগত ।
ক্ষুধা নিবাৰণ কৰি ভুঞ্জিলা সমস্ত ॥ ৩৫৬৪৯
সবাৰ পাচত দেৱে কৰিলা গমন ।
তৃণাসন কৰি সবে কৰিলা শয়ন ॥
তাত পাচে হৈলা যেবে ৰজনী প্ৰসন্ন ।
প্ৰভাতে উঠিয়া কৰি গঙ্গাজলে স্নান ॥ ৩৫৬৫০
আপুনি সমৰ্থ আৰু কৃষ্ণৰ কৃপাত ।
হেমকূটে উঠি যায় যেন জখলাত ॥
ৰাম কৃষ্ণ নাৰায়ণ মুকুন্দ মুৰাৰি ।
এহিমানে সবে সুখে যান্ত সব ধৰি ॥ ৩৫৬৫১
শিৱ বিষ্ণু প্ৰকৃতিয়ো পাণ্ডৱতে আছে ।
হেমগিৰিকূট সীমা পাৰ ভৈলা পাচে ॥
হৰিবৰ্ষিসক গৈয়া পাণ্ডৱে পাইলন্ত ।
শ্ৰম দুখ নিবাৰিয়া তাত থাকিলন্ত ॥ ৩৫৬৫২
ফং মূল ভুঞ্জি ৰহিলন্ত সেহিদিন ।
প্ৰাতসে কৰিয়া স্নান কৰিলা গমন ॥
নদী নদ গ্ৰাম দেশ বহুত চেৰাই ।
কামেশ্বৰ নামে এক গিৰি পাইলা যাই ॥ ৩৫৬৫৩
কামদেৱ ৰূপে হৰি আছন্ত তাহাত ।
জগত জননী লক্ষ্মী থাকয় সঙ্গত ॥
পাণ্ডৱ ৰহিলা গই সেহিদিনা তাত ।
স্নান কৰি প্ৰদক্ষিণ কৰে বাৰ শত ॥ ৩৫৬৫৪
কামদেৱ পৰশন ভাৰ্য্যা সমে হৈয়া ।
গমন কৰিলা ৰাজা অনুমতি লৈয়া ॥
উত্তৰক মুখে দ্ৰুতে যান্ত নৃপবৰ ।
গ্ৰাম দেশ নানামত যায় বহুতৰ ॥ ৩৫৬৫৫
পাচে জঙ্গলক পথ চলে পাঞ্চো ভাই ।
গিৰি গুহা গ্ৰাম নদী যাগান্ত চৰায় ॥
জম্বাদ্ৰি নামত কুণ্ড ছত্ৰৰ আকাৰ ।
হৰি বৰিষৰ ইটো গঙ্গাৰ নগৰ ॥ ৩৫৬৫৬
তাহাক পাইলন্ত গৈয়া পাণ্ডুৰ নন্দন ।
ভ্ৰাতৃ ভাৰ্য্যা সহিতে ৰহিলন্ত সিটো দিন ॥
প্ৰভাতে উঠিয়া স্নান কৰি বিধিৱতে ।
উত্তৰ দিশক লাগি চলিলা সমস্তে ॥ ৩৫৬৫৭
মানুষৰ সমাগম তাত নাহিকন্ত ।
অৰণ্যে অৰণ্যে পশি পাণ্ডৱ যাহান্ত ॥
এহিমতে বহু পথ চলিয়া গৈলন্ত ।
নৈষধ নামত সীমাদণ্ডক পাইলন্ত ॥ ৩৫৬৫৮

সহস্র যোজন জুৰি উৰ্দ্ধক যে আছে।
পাণ্ডৱ ৰহিলা সেহিদিন তাৰ কাছে ॥
ফলাহাৰ কৰি পাচে ৰজনী বঞ্চিলা।
স্নান কৰি নৈষধত সবেয়ো উঠিলা ॥ ৩৫৬৫৯
কৃষ্ণৰ কৃপাত পাৰ সীমাদণ্ড হৈলা।
ইলাবৃত নামে বৰিষক গৈয়া পাইলা ॥
সুবৰ্ণ সদৃশ ভূমি দেখি বিতোপন।
তাহাতে ৰহিলা ৰাজা পাচে সেহিদিন ॥ ৩৫৬৬০
পৰদিনা চলি যান্ত উত্তৰক মুখে।
ভক্তিৰ প্ৰভাৱে নিপীড়য় একো দুখে ॥
কুমাৰক নামে বন আছন্ত বিবৰ।
প্ৰবেশিলা নাৰী হোৱে শাপত দেৱৰ ॥ ৩৫৬৬১
তাহাক দেখিলে এৰি যান্ত নৃপবৰ।
কতোদূৰে দেখিলন্ত মেৰু গিৰিবৰ ॥
তৈৰপৰা জল আসি পৰিলা তলত।
কুণ্ড একগোটা হুয়া আছে সুশোভিত ॥ ৩৫৬৬২
অলকা নগৰ তাক বোলে সৰ্ব্বজন।
সৌন্দৰ্য্যৰ ভাণ্ড সিটো আতি বিতোপন ॥
স্নান পান কৰি পাচে ৰৈলা সেহিদিন।
প্ৰভাতে উঠিয়া পাচে কৰিলা গমন ॥ ৩৫৬৬৩
সুপৰ্ব্বক নামে শৃঙ্গ দক্ষিণ দিশৰ।
পাণ্ডৱে উঠিলা গৈয়া তাহাৰ উপৰ ॥
অযুত যোজন পথ উৰ্দ্ধে জুৰিছয়।
তাত উঠিবাক কিবা মনুষ্যে পাৰয় ॥ ৩৫৬৬৪
শুনা সভাসদ ইটো পুণ্যকথা সাৰ।
পাণ্ডৱৰ প্ৰস্থানৰ সংক্ষেপ পয়াৰ ॥
বঢ়া-টুটা দোষ ক্ষমিয়োক ত্যজি ৰোষ।
পৃথুৰাম দ্বিজ কহে কৰা হৰি ঘোষ ॥ ৩৫৬৬৫

মহাপ্ৰস্থানিক পৰ্ব্ব সমাপ্ত

## অষ্টাদশ পৰ্ব

# অসমীয়া মহাভাৰত

## স্বৰ্গাৰোহণ পৰ্ব্ব

### দ্ৰৌপদী আদিৰ পতন

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
যমৰাজা সেহি স্থানে কৰন্ত অপায় ॥
নিদ্ৰাক সম্বোধি বুলিলন্ত যমৰায়।
প্ৰথমতে দ্ৰৌপদীক তই ধৰ যায় ॥ ৩৫৬৬৬
তান পাচে ধৰ যায় যৱঞ্জা ছুয়ো ভাই।
ভালমতে ধৰিবিহি ভীম ধনঞ্জয় ॥
চতুৰ্থ প্ৰহৰ বেলি মোৰ বচনত।
নিদ্ৰাত পীড়িত হুয়া থাকোক পৰ্ব্বত ॥ ৩৫৬৬৭
এহি হেতুতেসে জানা আসি আছো আমি।
ভালমতে নিদ্ৰাতুৰ কৰিয়োক তুমি ॥
এহি বুলি পূৰ্ব্বাৰত ভৈলা কুত্তা খানি।
নমনিলা পাঞ্চো ভাই সমে যাজ্ঞসেনী ॥ ৩৫৬৬৮
ধৰ্ম্মৰ বচনে নিদ্ৰা তেতিক্ষণে গই।
প্ৰথমতে দ্ৰৌপদীক ধৰিলন্ত যাই ॥
নিদ্ৰায়ে পীড়িল দেহ ভৰি নচলয়।
জ্ঞানহীন হৈয়া কৃষ্ণা তথাতে পৰয় ॥ ৩৫৬৬৯
হেন দেখি ভীমসেনে ৰাজাত কহিল।
ৰাজা বোলে নাজানোহো কিদোষে পৰিল ॥
একহন্তে ভক্তি কৃষ্ণ চৰণে কৰিলা।
পতিব্ৰতা গুণে সতী সদায় আছিলা ॥ ৩৫৬৭০
কিন্তু স্নেহ কৰিছিল অৰ্জ্জুনক বৰ।
আন কৰি দোষ নেদেখিলো দ্ৰৌপদীৰ ॥
বিধিৰ লিখন কোনে গুচাইবে পাৰন্ত।
এতহন্তে সহদেৱ কুমাৰো পৰন্ত ॥ ৩৫৬৭১
পৰিবাৰ দেখি ভীমে বচন বুলিল।
সহদেৱ ভাই দাদা এথাতে পৰিল ॥
যুধিষ্ঠিৰে বোলে দোষ নেদেখোহো মনে।
সৰ্ব্বকালে ভক্তি আছে কৃষ্ণৰ চৰণে ॥ ৩৫৬৭২
সবাতো কৰিয়া শ্ৰেষ্ঠ আছিলা পণ্ডিত।
সেহি গৰ্ব্বদোষ বিনে নেদেখোহো আত ॥
তাত পাচে পৰিলন্ত নকুল কুমাৰ।
নকুল পৰিল দদা বোলে বৃকোদৰ ॥ ৩৫৬৭৩
ৰাজা বোলে নেদেখো যে দোষৰ কাৰণ।
ভকতি কৃষ্ণৰ পাৱে কৰে শুদ্ধমন ॥
গুণৱন্ত গুণে গৰ্ব্ব বিনে দোষ আৰ।
নেদেখোহো আন একো দোষ যে ইহাৰ ॥৩৫৬৭৪
নিদ্ৰায়ে পীড়িত হুয়া অৰ্জ্জুন পৰিল।
কৈক যায় দদা বুলি ৰাজাত কহিল ॥
ত্ৰৈলোক্যৰ নাথ যিটো দৈৱকীনন্দন।
অভিন্ন আছিল দেখো সহিতে অৰ্জ্জুন ॥ ৩৫৬৭৫
কি কৰিবে পাৰে দোষে আপুনি সামৰ্থ।
কোন দোষে পৰিলেক কহিয়োক পাৰ্থ ॥
ৰাজা বোলে দেখা বাপু আশ্চৰ্য্য ইসব।
নৰনাৰায়ণ বুলি আছে ব্যাসদেৱ ॥ ৩৫৬৭৬
আপুনিয়ো দেখি আছো মহিমা অপাৰ।
যিসব বিক্ৰম তান নোহে মনুষ্যৰ ॥
ধনুৰ্দ্ধৰ গৰ্ব্ব বিনে নাহিকয় আন।
তাত পৰে নেদেখোহো দোষৰ কাৰণ ॥ ৩৫৬৭৭

পুনৰপি ভীমসেনে বুলিলা ৰাজাক ।
কোন দোষ মোত আছে দাদা কহিয়োক ॥
ৰাজা বোলে বাপু তোৰ দোষ আছে এক ।
বহুত ভোজন কৰা নেদিয়া লোকক ॥ ৩৫৬৭৮
এহিখানি দোষ গাৱে তোমাৰ আছয় ।
কৃষ্ণৰ সেৱাত সিয়ো গুচিবে পাৰয় ॥
এতহন্তে নিদ্ৰাৱলী ভীমক ধৰিলা ।
অধোমুখ কৰি বীৰে তথাতে পৰিলা ॥ ৩৫৬৭৯
একেশ্বৰ ভৈলা পাচে ৰাজা যুধিষ্ঠিৰ ।
কেৱল লগত মাত্ৰ আছয় কুকুৰ ॥
নিদ্ৰায়ে পীড়িত হৈয়া পৰ্ব্বতে পৰিলা ।
ৰাজা বোলে ভাই ভাৰ্য্যা পৰাণ এৰিলা ॥ ৩৫৬৮০
ধৰ্ম্মৰ কপট তাক বুজিবে নোৱাৰি ।
নিদ্ৰাৱলী ধৰি আছে অধোমুখ কৰি ॥
শ্বাস নিশ্বাসেকো সেহিহেতু নেদেখিলা ।
শোকাগ্নি লাগিয়া গাৱে অগনি লাগিলা ॥ ৩৫৬৮১
হৰি হৰি যাজ্ঞসেনী দ্ৰুপদদুহিতা ।
জগত প্ৰখ্যাত তুমি শান্তী পতিব্ৰতা ॥
সমস্তে সুখৰ ঘৰ আছিলা আমাত ।
কতক বৰ্ণাইবো আমি গুণক তোমাৰ ॥ ৩৫৬৮২
ক্ষণেকো নেৰিলা সদা আমাক বনত ।
পৰিয়া ৰহিলা তুমি সুপাৰ্শ্ব পৰ্ব্বত ॥
হা হা বাপু সহদেৱ কনিষ্ঠ কুমাৰ ।
কোনে বৰ্ণাইবেক পাৰে গুণ পাণ্ডিত্যৰ ॥ ৩৫৬৮৩
সৰ্ব্বকালে গৌৰৱতা আছিল আমাত ।
অধোমুখে পৰি ৰৈলা এহি পৰ্ব্বতত ॥
হৰি হৰি প্ৰাণ ভাই নকুল সুন্দৰ ।
ৰসিক নাগৰ নাম আছিল তোমাৰ ॥ ৩৫৬৮৪
পিতৃসম কৰি মোক কৰিলা আদৰ ।
পৰিয়া ৰহিলা বাপু পৰ্ব্বত উপৰ ॥
কোথা গৈলা ধনঞ্জয় কুলৰ নন্দন ।
লোকে বোলে কৃষ্ণ পাৰ্থ নৰনাৰায়ণ ॥ ৩৫৬৮৫
বিশেষত দেখি আছো বিক্ৰম প্ৰবল ।
কটাক্ষতে কম্পমান দেৱতা সকল ॥
সংহাৰক শক্তি আছে ৰুদ্ৰৰ গাৱত ।
[illegible] জিনিলাহা তাকো সমৰত ॥ ৩৫৬৮৬
পূৰ্ব্বে সঞ্জয়ৰ আগে কৃষ্ণ আগে কই ।
কদাচিতো নেদিখোহো সখি ধনঞ্জয় ॥
হেন ধনঞ্জয় আছে পৰ্ব্বততে পৰি ।
ঈশ্বৰৰ ইচ্ছা কোনে বুজিবাক পাৰি ॥ ৩৫৬৮৭
হা বাপু বৃকোদৰ দুখৰ সহায় ।
কতনো বৰ্ণাইবো বাপু তোৰ গুণচয় ॥
জৌ গৃহ সাজিয়া পুৰি মাৰিবে চাহিলা ।
বোকা কৰি লৈয়া তাতো আমাক ৰাখিলা ॥ '৮৮
অযুত হস্তীৰ বল আছিল তোমাৰ ।
পৰিয়া ৰহিলা বাপু পৰ্ব্বত উপৰ ॥
একেশ্বৰ কৰি মোক কিবা কৰে হৰি ।
ইহান লগত কিয় মোক নেনা মাৰি ॥ ৩৫৬৮৯
মেৰুৰ মূলৰ পৰা চাৰিধাৰা হৈয়া ।
চৌদিশে পৰ্ব্বতে পৰে গঙ্গা আছে বৈয়া ॥
সেহি গঙ্গাজলে ৰাজা কৰিলন্ত স্নান ।
ভ্ৰাতৃ ভাৰ্য্যা শোকে ভৈলা দগধ পৰাণ ॥ ৩৫৬৯০

শ্বানৰূপী যমৰ সৈতে যুধিষ্ঠিৰৰ গমন

শোকে দুখে নৃপবৰে গমন কৰিলা ।
লাসে গৈয়া পাচে সুপাৰ্শ্বৰ পাৰ ভৈলা ॥
শ্বান ৰূপে যমৰাজা চলন্ত পাচত ।
দুই গৈ আৰোহিলা উপৰে মেৰুত ॥ ৩৫৬৯১
মেৰুত আছয় পথ দুৰ্গম দেৱৰ ।
আহা যোৱা কৰে তাত দেৱ নিৰন্তৰ ॥
মনুষ্যৰ সমাগম নাহিকয় তাত ।
ভক্তিবলে যুধিষ্ঠিৰ উঠিলা যাহান্ত ॥ ৩৫৬৯২
ৰাজাৰ পাচত চলে ধৰ্ম্ম কুক্তাগুটি ।
খানিক নপাৱে পাচ ৰাস্তু লাগ উঠি ॥
সেহিবেলা পুৰন্দৰে বিপ্ৰবেশ ধৰি ।
উপৰৰ পৰা খেদি আসে ক্ৰোধ কৰি ॥ ৩৫৬৯৩
হাতত ধৰিয়া শেল আগক উধাই ।
খেদি আসি লাগ ধৰিলন্ত সেহি ঠাই ॥

ৰাজাক চাহিয়া বিপ্রে বোলন্ত বচন।
অযুগুত কাৰ্য্য তুমি কৰা কিকাৰণ ॥ ৩৫৬৯৪
অপৱিত্র কুত্তা ইটো কিয় আছা আনি।
ব্রহ্মাৰ বচনে আক মাৰো শেল হানি ॥
দেৱতাৰ পথ ইটো পৰম পৱিত্র।
কুকুৰ উঠিলা পথ হৈলা অপবিত্র ॥ ৩৫৬৯৫
নানাবিধ যোগা-যোগ কৰি যজ্ঞচয়।
তথাপিতো এহি পথে গতি নাহিকয় ॥
মৰ্য্যদা গুচিল সবে আৰো দেৱতাৰ।
এহি বুলি ধৰিলন্ত মাৰিবে কুকুৰ ॥ ৩৫৬৯৬
ৰাজাৰ চৰণে কুত্তা সাৱটি ধৰিল।
দেখি যুধিষ্ঠিৰ ৰাজা বিপ্রক বুলিল ॥
নামাৰা নামাৰা গুৰু ক্রোধ কৰা দূৰ।
কদাচিতো নেৰিবোহো এহিটো কুকুৰ ॥ ৩৫৬৯৭
ভাই ভাৰ্য্যা সবে মোক এৰিলে ইহাত।
এহিখানি কুত্তা মোৰ আছয় লগত ॥
যৈতে ৰহো তৈতে ৰহে দূৰক নাযায়।
সবে এৰি গৈলা মোক ইহে মোৰ ভাই ॥ ৩৫৬৯৮
এনুৱা জনক বোলা অপবিত্র জন।
সবে ব্রহ্মঅংশ জীৱ নহে ভিন্ন ভিন্ন ॥
এহি বুলি কুকুৰক ধৰিলা চপাই।
হানিবাক লাগি বিপ্রে চলক নপায় ॥ ৩৫৬৯৯
ৰাজাক বোলন্ত বিপ্রে বচন শুনাই।
এৰা এৰা কুত্তা হেৰা তুমি মহাৰায় ॥
ব্রহ্মাৰ বচনে কুত্তা মাৰিবোহো আমি।
কিকাৰণে কুত্তা হানিবাক নেদা তুমি ॥ ৩৫৭০০
ৰাজা বোলে বিপ্রবৰ শুনিয়ো বচন।
কুত্তাৰ কাৰণে হেৰা দিলো মোৰ প্রাণ ॥
শেল হানি মোক আগে কৰিয়ো নিধন।
জীয়ো মানে নেৰিবোহো সেৱকীয়া জন ॥ ৩৫৭০১
ৰাজাক বুজাই বিপ্রে বুলিলন্ত পুনু।
এহি পথে যোগ্য নহে ইটো কুত্তা তনু ॥
তুমি কৰি আছা ভক্তি কৃষ্ণৰ চৰণে।
যোগ যাগ ব্রত ধৰ্ম্ম আৰো নানা দানে ॥ ৩৫৭০২
ইসবৰ ফলে এহি পথত গমন।
পাপকাৰী কুত্তা ইটো আনা কিকাৰণ ॥
ৰাজা বোলে গুৰু মোৰ বাণী শুনিয়োক।
অৰ্দ্ধখানি পুণ্য মোৰ দিলো কুকুৰক ॥ ৩৫৭০৩
বিপ্রে বোলে ভাই ভাৰ্য্যা সবাকে এৰিলা।
কিকাৰণে কুকুৰক অৰ্দ্ধপুণ্য দিলা ॥
ৰাজা বোলে দিলো পুণ্য যিহেতু অৰ্দ্ধক।
এহি পথ চলিবাৰ আৰ যোগ্য হক ॥ ৩৫৭০৪
আৰো যি কহিলা ভ্রাতৃ ভাৰ্য্যাক এৰিবে।
কালৰ অধীন জানা চৰাচৰ সবে ॥
এহিমতে নৃপতিক ভঙ্গাইবে নপাৰি।
যত ইন্দ্র দুয়ো পাচে ছদ্মৰূপ এৰি ॥ ৩৫৭০৫
নিজৰূপ ধৰি দুয়ো ৰাজাক বোলয়।
ভালেতো হোৱয় বশ কৃষ্ণ কৃপাময় ॥
কোনে বৰ্ণাইবাক পাৰে তযু যশ গুণ।
কুকুৰৰ অৰ্থে এৰিলাহা নিজ প্রাণ ॥ ৩৫৭০৬
যমৰাজা বোলে পাচে প্রশংসা বচন।
সাধু সাধু যুধিষ্ঠিৰ কুলৰ নন্দন ॥
তযু পিতামহগণে গৈলা এহি পথে।
তুমিয়ো চলিয়া যাহা চৰি দিব্য ৰথে ॥ ৩৫৭০৭
যিহেতু আসিলো মই শ্বানৰূপ ধৰি।
তথাপিতো মতি তযু লাৰিতে নপাৰি ॥
এত হন্তে মাতুলিয়ো ৰথ আনিলন্ত।
ইন্দ্রদেৱে হাতে ধৰি ৰথে তুলিলন্ত ॥ ৩৫৭০৮

### দুৰ্য্যোধন আদি শত ভাইক স্বৰ্গত দেখি যুধিষ্ঠিৰৰ ক্রোধ আৰু ভ্রাতৃ সকলৰ অন্বেষণ

যমৰাজে বোলে চলো শুনা দেৱৰাজ।
ইন্দ্রে বোলে চলা তুমি সাধিবোহো কাৰ্য্য ॥
এহি বুলা বুলি কৰি যমৰাজা গৈলা।
ইন্দ্র সমে যুধিষ্ঠিৰ স্বৰ্গক চলিলা ॥ ৩৫৭০৯
বায়ুত অধিক ৰথ ডাকন্ত মাতুলি।
লক্ষ্য প্রহৰৰ পথ দণ্ডে গৈলা চলি ॥

এহিমতে স্বৰ্গপুৰ পাইলা যুধিষ্ঠিৰ।
জয় জয় যুধিষ্ঠিৰ ঘোষে নিৰন্তৰ ॥ ৩৫৭১০
ৰথৰ নামিয়া ইন্দ্ৰে সিংহাসনে বসি।
অৰ্দ্ধাসন আনি দিলা ৰাজাক হৰিষি ॥
যুধিষ্ঠিৰে দেখিলন্ত সভাত সমস্ত।
সিদ্ধ বিদ্যাধৰ ঋষি মুনি দেৱ যত ॥ ৩৫৭১১
দেখিলন্ত দুৰ্য্যোধন সমে শতভাই।
আপোনাৰ পাঞ্চভাই চান্ত মহাৰায় ॥
কৈতো নেদেখিলা ৰাজা পুছিলা ইন্দ্ৰত।
কহিয়োক মোৰ ভ্ৰাতৃসৱ আছে কৈত ॥ ৩৫৭১২
মনে বোলে ইন্দ্ৰে সাধিবোহো যম কাৰ্য্য।
ৰাজাক শুনাই বুলিলন্ত দেৱৰাজ ॥
ভাৰ্য্যা ভ্ৰাতৃগণ হেৰা নাহি মোৰ স্থানে।
আপোনাৰ দোষে গৈলা যমৰ ভৱনে ॥ ৩৫৭১৩
শুনি যুধিষ্ঠিৰে ক্ৰোধে বুলিবে লাগিলা।
দেৱৰ সভাৰ ইটো ধিক্কাৰ ৰহিলা ॥
মহাপাপ কৰি দুৰ্য্যোধন দুৰাচাৰ।
শতভাই লৈয়া থাকে সভাত দেৱৰ ॥ ৩৫৭১৪
মোৰ ভ্ৰাতৃসৱ আতি শুদ্ধ কলেৱৰ।
একান্ত ভকতি কৰি আছিল কৃষ্ণৰ ॥
যজ্ঞ-মণ্ডপত জাত দ্ৰুপদকুমাৰী।
কৃষ্ণৰ চৰণে ভক্তি নিতে আছে কৰি ॥ ৩৫৭১৫
হেন ভাই ভাৰ্য্যা গৈল যমৰ কৰণে।
তৈক লাগি যাইবো মই নাথাকো ইথানে ॥
তাসম্বাৰ যেহিস্থান মোৰ সেহি ঠাই।
অন্যত্ৰ লোকক জানা মোৰ ইচ্ছা নাই ॥ ৩৫৭১৬
যমৰ নগৰে নিয়া আমাক থৈয়োক।
এহিমানে কৃপা দেৱৰাজ কৰিয়োক ॥
ৰাজাৰ বচন শুনি সহস্ৰলোচন।
মাতুলিক চাই পাচে বুলিলা বচন ॥ ৩৫৭১৭
ৰাজাৰ লগত ৰথে সমে তই লৰ।
যৈকে যাইবে খোজে ৰাজা বচনে যে মোৰ ॥
ইন্দ্ৰৰ বচনে ৰথ সাজি তেতিক্ষণ।
যুধিষ্ঠিৰ নৃপতিক বুলিলা বচন ॥ ৩৫৭১৮
এহি ৰথে উঠিয়োক ধৰ্ম্ম নৃপবৰ।
যদি যাইবে খোজা তুমি যমৰ নগৰ ॥
মাতুলিৰ বাণী শুনি পাচে নৰনাথ।
ইন্দ্ৰত বিদায় কৰি উঠিলন্ত ৰথ ॥ ৩৫৭১৯
মাতুলি ডাকিল ৰথ বায়ু সম গতি।
নিমিষে এৰাইলা গৈয়া পুৰী অম্ৰাৱতী ॥
স্বৰ্গলোক এৰাই পাচে ভুবৰ্লোকে স্থিতি।
তাকো এৰি যাই ৰথে পাইলে বসুমতী ॥ ৩৫৭২০
মহী এৰি গৈয়া পাছে প্ৰবেশ অতল।
অতল পুৰক এৰি পাইলন্ত বিতল ॥
তাত এৰি পাইলা গই সুতল নগৰী।
তাক এৰি পাইলন্ত তলাতল পুৰী ॥ ৩৫৭২১
কতোক্ষণে পাইলা গৈয়া আৰো মহাতল।
তাকো এৰি চলি যাই পাইলা ৰসাতল ॥
ইন্দ্ৰৰ সাৰথি ৰথে চতুৰ প্ৰবল।
তাত পাচে প্ৰবেশিলা পুৰ যে পাতল ॥ ৩৫৭২২
সাতো পাতালৰ তল জলৰ উপৰ।
সঞ্জমণি নামে সিটো যমৰ নগৰ ॥
তাহাত প্ৰবেশ ৰথ কৰিলন্ত নিয়া।
দক্ষিণ দিশক পাচে যাহান্ত চলিয়া ॥ ৩৫৭২৩
দেখিলন্ত বহুবিধ নৰকৰ স্থান।
ৰৌৰৱ পুন্নাম অসিপত্ৰ তপ্তাসন ॥
সূচীমুখ কাকমুখ কালসূত্ৰ ঘোৰ।
ব্ৰহ্মঘ্ন কৃতঘ্ন আছে চন্দ্ৰ দিবাকৰ ॥ ৩৫৭২৪
পাপ নাম ধৰি নৰ্ক পাতিয়া আছয়।
চাৰিকুৰি চাৰিধিক লেখত হোৱয় ॥
যোজন প্ৰমাণ থান একো একো খান।
তাহাত পৰিয়া আছে পাপকাৰীগণ ॥৩৫৭২৫
আৰাৱ কৰিয়া থাকে নাহি পৰিত্ৰাণ।
তাক দেখিলন্ত পাচে ধৰ্ম্মৰ নন্দন ॥
মাতুলিক বোলে ৰথ ৰাখিয়ো এথাত।
প্ৰাণীৰ দেখিয়া দুখ নধৰয় চিত্ত ॥ ৩৫৭২৬

যুধিষ্ঠিৰৰ নৰক দৰ্শনত পাপী উদ্ধাৰ

ৰাজাৰ বচনে তাত ৰাখিলন্ত ৰথ।
ৰথৰ নামিয়া বসিলন্ত নৰনাথ॥
যেখনে বসিলা তাত ধৰ্ম্ম নৃপবৰ।
ছয়খান নৰ্ক গুচিলন্ত সৰোবৰ॥ ৩৫৭২৭
কুটিল কমল বহে মলয়া পবন।
ৰঙ্গে হংস হৈয়া স্বৰ্গে চলে নৰ্কীগণ॥
যমৰ নগৰখান ভৈলা তোলপাৰ।
ৰাজহংস হৈয়া চলে নৰ্কী যে আমাৰ॥ ৩৫৭২৮
যমৰাজা বোলে চিত্ৰগুপ্ত মাতি আন।
এতহন্তে কাল ফুৰাইতে দিলে জ্ঞান॥
শুনিয়োক ধৰ্ম্মৰাজ আমাৰ ঈশ্বৰ।
আসি আছে তযু পুত্ৰ ধৰ্ম্ম যুধিষ্ঠিৰ॥ ৩৫৭২৯
ছয়খান নৰ্ক গুচিলন্ত সমুদায়।
নৰ্কীসব হংসৰূপে উৰিয়া চলয়॥
আৰো খানিতেক মানে যদিবা থাকয়।
তোমাৰ পুৰত পাপী কেহো নাথাকয়॥ ৩৫৭৩০
দূতৰ বচন শুনি পাচে যমৰায়।
যথা যুধিষ্ঠিৰ আছে চলে সেহি ঠাই॥
দেখন্ত বসিয়া আছে সৰোবৰ তীৰে।
নানাবিধ পুষ্প ফুলি আছে নিৰন্তৰে॥ ৩৫৭৩১
কোকিলৰ কুহুধ্বনি মলয়া বহয়।
সুগন্ধ সুৰভি গন্ধে জগত ব্যাপয়॥
হেনয় প্ৰভাৱ দেখি পৰম বিস্ময়।
মাথাত চুম্বন দিয়া সাৱটি ধৰয়॥ ৩৫৭৩২
কোলাত বৈসাই পাচে বুলিলন্ত বাক।
সাধু সাধু পুত্ৰ মই জন্মাইলো তোমাক॥
পূৰ্ব্বজন্মে কুন্তী বহু তপ আচৰিলা।
সেহিহেতু গৰ্ভে বাপু তোমাক ধৰিলা॥ ৩৫৭৩৩
ইহাত থাকিবে যোগ্য নহয় তোমাৰ।
ফিৰি চলিয়োক বাপু বচনে আমাৰ॥
হেন শুনি যুধিষ্ঠিৰে বুলিলা বচন।
কৈত আছে কহিয়োক ভাৰ্য্যা ভ্ৰাতৃগণ॥ ৩৫৭৩৪
তাঙ্ক নেদেখিয়া মোৰ আকুলিত মন।
শীঘ্ৰে কহিয়োক পিতৃ দেখোহো নয়ন॥
এহিবুলি ৰহিলন্ত ধৰ্ম্ম যুধিষ্ঠিৰ।
দুই নয়নৰপৰা বহি যান্ত নীৰ॥ ৩৫৭৩৫
দেখিয়া পুত্ৰৰ শোক পাচে যমৰায়।
মাতলি সহিতে গৃহে ৰাজাক লৈয়া যায়॥
সুবৰ্ণৰ যোগ্যাসনে বৈসাইলন্ত নিয়া।
পৰমান্ন পঞ্চামৃত আগে আনি দিয়া॥ ৩৫৭৩৬
বোলন্ত ভুঞ্জিয়ো বাপু নকৰা বিকল।
সাৰশেষে কহিবোহো কাহিনী সকল॥
যুধিষ্ঠিৰে বোলে পিতৃ আগে কোৱা তুমি।
ভাসম্বাৰ কথা শুনি ভুঞ্জিবোহো আমি॥ ৩৫৭৩৭
প্ৰাণতো অধিক মোৰ চাৰিগুটি ভাই।
তাক নেদেখিয়া মোৰ প্ৰাণ ফুটি যায়॥
পুত্ৰৰ বিকল দেখি কহিবে লাগিলা।
মোহোৰ কাৰণে তুমি অসন্তোষ পাইলা॥ ৩৫৭৩৮
বিশেষত দোষ নাহি জানিবাহা মোৰ।
কাৰণেসে হৈয়া আছে সকলে তোমাৰ॥
নানাবিধ কৰ্ম্ম কৰি আছা পৃথিৱীত।
সেহি ফলে থাকিবাক লাগয় স্বৰ্গত॥ ৩৫৭৩৯
কিন্তু অশ্বত্থামা বুলি আছা দ্ৰোণ স্থানে।
সেহি পাপে আসি আছা আমাৰ ভৱনে॥
এই দুইগুটি কাৰ্য্য খণ্ডাইবাক মনে।
কৰিলো গমন মই ইন্দ্ৰৰাজ স্থানে॥ ৩৫৭৪০
ইন্দ্ৰসমে আলোচিয়া নিয়োজন কৰি।
নিদ্ৰাসঙ্গে লৈয়া মই শ্বানৰূপ ধৰি॥
দ্ৰৌপদীৰ পাচে পাচে ধৰিলো সততে।
যেথানে উঠিয়া গৈয়া সুপাৰ্শ্ব পৰ্ব্বতে॥ ৩৫৭৪১
নিদ্ৰাক আদেশ মই কৰিলো তেথনে।
দ্ৰৌপদীৰ গাৱে নিদ্ৰা ধৰিলা যতনে॥
অধোমুখে দ্ৰৌপদীক পৰ্ব্বতে পেলাই।
সহদেৱ কুমাৰক ধৰিলন্ত যাই॥ ৩৫৭৪২
নিদ্ৰাতুৰ হৈয়া তাতে থাকিলন্ত পৰি।
পাচে গৈয়া নিদ্ৰাবলী নকুলক ধৰি॥

অধোমুখ কৰি সিটো পৰিল সিথানে ।
তাত পাচে অৰ্জ্জুনক ধৰিলেক টানে ॥ ৩৫৭৪৩
পাৰ্থক পেলায়া পাচে ভীমক ধৰিলা ।
পৰ্ব্বত উপৰে নিদ্ৰা ভীমেও কৰিলা ॥
এহিমতে পাঞ্চোজন নিদ্ৰায়ে পীড়িলা ।
তুমি বোলা ভাৰ্য্যা ভ্ৰাতৃ পৰাণ এৰিলা ॥ ৩৫৭৪৪
মহা অসন্তোষ কৰি উঠিলা মেৰুত ।
কুত্তাৰূপ ধৰি মই চলিলো পাচত ॥
বিপ্ৰবেশ ধৰি ইন্দ্ৰে খেদিয়া আসিলা ।
তোমাক খেদিয়া মোক মাৰিবে ধৰিলা ॥ ৩৫৭৪৫
প্ৰাণ আৰিলাহা তুমি কাৰণে কুত্তাৰ ।
নিজৰূপ ধৰি আগে ৰহিলো তোমাৰ ॥
অনেক প্ৰশংসা বাণী কৰিলো তোমাক ।
ৰথে তুলি ইন্দ্ৰদেৱে নিলেক স্বৰ্গক ॥ ৩৫৭৪৬
কৰ্ম্মফলে স্বৰ্গসুখ কহি আছে বেদ ।
সেহি হেতু ইন্দ্ৰে নিলে কহিলো সম্ভেদ ॥
মোৰ স্থানে ছলবাদে ইন্দ্ৰে পাঞ্চি দিলা ।
তাৰ ফল কহো বাপু শুনিয়ো সকল ॥ ৩৫৭৪৭
অশ্বত্থামা হত বুলিলাহা দ্ৰোণ স্থান ।
কিন্তু পাচ নুশুনিয়া এৰিলন্ত প্ৰাণ ॥
সেহি পাপে আসিবাক লাগে মোৰ স্থান ।
আক জানি বাপ নকৰিবা অপমান ॥ ৩৫৭৪৮
বিশেষত কৰিলাহা কাৰ্য্য আপোনাৰ ।
মুকুত কৰিলা যত ভাৰত যুদ্ধৰ ॥
সেহিসব আসি মোৰ আছিল নৰকে ।
দায়া দৃষ্টি চায়া তুমি উদ্ধাৰিলা তাকে ॥ ৩৫৭৪৯
তোমাৰ যশস্যা বৈলা চন্দ্ৰ দিবাকৰ ।
দৃষ্টিতে নৰক গুচি ভৈলা সৰোবৰ ॥
ধন্য ধন্য কৃষ্ণপাৱে ভকতি কৰিলো ।
যিহেতু তোমাৰ আমি পিতৃ নাম লৈলো ॥ ৩৫৭৫০
নকৰা বিমন বাপু হুয়োক প্ৰসন্ন ।
তযু ভাই ভাৰ্য্যা মাৰিবাক পাৰে কোন ॥
মেৰুত আছয় জানা ভাৰ্য্যা ভ্ৰাতৃগণ ।
মিছা নুহিকয় ইটো মোহোৰ বচন ॥ ৩৫৭৫১

হেন শুনি বুলিলন্ত ধৰ্ম্ম যুধিষ্ঠিৰ ।
শুনিয়োক পিতৃ মোৰ ধৰ্ম্ম কলেৱৰ ॥
তোমাৰ প্ৰসাদে পাপ গুচিল আমাৰ ।
কতেক বৰ্ণাইবো পিতৃ গুণক তোমাৰ ॥ ৩৫৭৫২
কিন্তু মনুষ্যৰ শোক জানাহা আপুনি ।
ভ্ৰাতৃ ভাৰ্য্যা শোকে জ্বলে হৃদয়ে অগনি ॥
আকে জানি পিতৃ মোক বিলম্ব নকৰি ।
মাতলি সহিতে পাঞ্চিয়োক শীঘ্ৰ কৰি ॥ ৩৫৭৫৩
চাৰি ভ্ৰাতৃ কৃষ্ণা সমে একত্ৰে বসিয়া ।
পৰমান্ন পঞ্চামৃত ভুঞ্জিবোহো নিয়া ॥
এহিমানে কৃপা কৰিয়োক পিতৃদেৱ ।
এহি বুলি উঠি গৈয়া কৰিলেক সেৱ ॥ ৩৫৭৫৪
পুত্ৰক দেখিয়া বোলে পাচে যমৰায় ।
মাতলিক চাই তেতিক্ষণে যে বোলয় ॥
শুনিয়ো মাতলি হেৰা বচন আমাৰ ।
ভ্ৰাতৃ ভাৰ্য্যা সঙ্গ কৰি থৈয়ো যুধিষ্ঠিৰ ॥ ৩৫৭৫৫
পাচে চলি যাইবা তুমি অম্ৰাৱতীপুৰ ।
ইন্দ্ৰত জনাইবা গৈয়া প্ৰাৰ্থনা আমাৰ ॥
এহি বুলি যমৰাজা পুত্ৰৰ স্নেহত ।
পৰমান্ন ভৰি দিলা সুবৰ্ণ থালত ॥ ৩৫৭৫৬
পিতৃত অনুজ্ঞা লৈয়া ধৰ্ম্ম যুধিষ্ঠিৰ ।
উঠিলন্ত গৈয়া পাচে ৰথৰ উপৰ ॥
মাতলিয়ো ডাকিলন্ত ঊৰ্দ্ধমুখে ৰথ ।
বায়ুত অধিক কৰি ধৰিলন্ত পথ ॥ ৩৫৭৫৭

### ভীম, অৰ্জ্জুন, নকুল, সহদেৱ আৰু দ্ৰৌপদীৰ লগত যুধিষ্ঠিৰৰ মিলন

বৈশম্পায়ন বদতি শুনা পৰীক্ষিত সুত ।
কৃষ্ণা সমে চাৰি ভ্ৰাতৃ যি কৰিলা তাত ॥
চতুৰ্থ প্ৰহৰ বেলি আছিল নিদ্ৰাত ।
নৱ ঘটি নিশা গৈলে উঠিল সমস্ত ॥ ৩৫৭৫৮
দ্ৰুতে উঠিলন্ত সবে নিদ্ৰা পৰিহৰি ।
প্ৰথমতে উঠিলন্ত দ্ৰুপদ কুমাৰী ॥

সহদেৱ উঠিলন্ত তাত অনন্তৰ।
তান পাচে উঠিলন্ত নকুল কুমাৰ ॥ ৩৫৭৫৯
তিনিৰো পাচত উঠি বসিল অৰ্জ্জুন।
অৰ্জ্জুনৰ পাচে উঠিলন্ত ভীমসেন ॥
এহিমতে পাঞ্চোজনে পৰ্ব্বতে বসিয়া।
যুধিষ্ঠিৰ নৃপতিক সঙ্গে নেদেখিয়া ॥ ৩৫৭৬০
মহাশোকে চাৰি ভাই উঠিয়া তেখনে।
বিচাৰ কৰিলা পৰ্ব্বতত স্থানে স্থানে ॥
একোথানে নৃপতিক বিচাৰি নাপাই।
দ্ৰৌপদী সহিতে গৈয়া হৈয়া এক ঠাই ॥ ৩৫৭৬১
ভীমসেনে বোলে শুনিয়োক তিনি ভাই।
নৃপতিক বিচাৰিয়া ইহাত নাপায় ॥
কপট নিদ্ৰাত আত আমাক পেলাই।
দাদাক নিলেক জানা ধৰ্ম্মেসে নিশ্চয় ॥ ৩৫৭৬২
একান্ত ভকতি কৰি আছে কৃষ্ণপাৱে।
শশৰীৰে লৈয়া গৈলা তাঙ্ক সেহি ঠাৱে ॥
হেন শুনি বুলিলন্ত যৱঞ্জা দুই ভাই।
যি কহিলা ভীম দাদা স্বৰূপ হোৱয় ॥ ৩৫৭৬৩
কোনমতে তাঙ্ক আমি পাওঁ দৰশন।
উপায় কৰিয়ো সবে মোৰ হেন মন ॥
ধনঞ্জয় বোলে শুনিয়োক মোৰ বোল।
প্ৰভাতে উঠিবো আমি মেৰুত সকল ॥ ৩৫৭৬৪
অহা যোৱা কৰি থাকে দেৱ নিৰন্তৰ।
ভূত ভৱিষ্যত কথা জানে মনুষ্যৰ ॥
পুছিবো সকলে বাৰ্ত্তা দেৱত দাদাৰ।
সেহি উপদেশে আমি কৰিবো বিচাৰ ॥ ৩৫৭৬৫
এহি আলোচিয়া ৰহিলন্ত সেহি ৰাতি।
মহাশোকে যাজ্ঞসেনী কান্দিলন্ত আতি ॥
হৰি হৰি ধৰ্ম্মৰায় মোৰ প্ৰাণস্বামী।
সেৱিতে নপাইলো আমি নাৰী অধোগামী ॥৩৫৭৬৬
সাক্ষাতে ধৰ্ম্মৰ মূৰ্ত্তি ধৰ্ম্মৰ নন্দন।
খানিকে নেৰন্ত সদা কৃষ্ণৰ চৰণ ॥
লক্ষেক নৃপতি সেৱা কৰিয়া আছিল।
হেন ৰাজ ৰাজেশ্বৰ একেশ্বৰ হৈল ॥ ৩৫৭৬৭
বনত ফুৰন্তে লগে ফুৰে চাৰি ভাই।
কাহাকো নাহিকে সঙ্গে মহেন্দ্ৰ পৰায় ॥
দাসী ভাৱে জাণি আমি আছিলো চৰণ।
আজিনো চৰণ জাণিবেক কোনজন ॥ ৩৫৭৬৮
পৰ্ব্বতে উঠন্তে গাৱে বহে ঘৰ্ম্মজল।
তাক দেখি হাতে ধৰি বস্ত্ৰৰ আঞ্চল ॥
কোনে কৰিবেক আজি ইসব যে কৰ্ম্ম।
মোহৰ সমান কাৰ লাগিবেক মৰ্ম্ম ॥ ৩৫৭৬৯
এহিমতে নানাভাৱে কৰন্ত ক্ৰন্দন।
এতক্ষণে ভৈলা আসি ৰজনী প্ৰসন্ন ॥
চাৰি ভাই কৃষ্ণাসমে কৰিলন্ত স্নান।
মেৰুত উঠিবে লাগি কৰিলা গমন ॥ ৩৫৭৭০
ছয়দণ্ড মানে গৈয়া এৰাইলা পৰ্ব্বত।
পাচে উঠিলন্ত গৈয়া মেৰুৰ মূলত ॥
সত্যলোক পৰ্য্যন্তে মেৰুৰ আছে পথ।
সেহি পথে কৰে গতি দেৱতাৰ ৰথ ॥ ৩৫৭৭১
বিমন্ত্ৰীয় বলে দেৱ সমে কৰি ৰণ।
মেৰুৰ পথক চিন আছন্ত অৰ্জ্জুন ॥
সেহি হেতু ধনঞ্জয় চলিলা আগত।
যাজ্ঞসেনী চলি যায় তাহান পাচত ॥ ৩৫৭৭২
তান পাচে চলে দুই যৱঞ্জা কুমাৰ।
পাচত যাহান্ত চলি বীৰ বৃকোদৰ ॥
এহিমতে উঠি গৈলা দুতয় প্ৰহৰ।
মাতলি সহিতে ভূমি পাইলা যুধিষ্ঠিৰ ॥ ৩৫৭৭৩
মাতলিক চাই বুলিলন্ত ধৰ্ম্মসুত।
ভ্ৰাতৃ ভাৰ্য্যা পৰি আছে ঢোক পৰ্ব্বতত ॥
শীঘ্ৰ কৰি নিয়ো ৰথ মোহোৰ বচনে।
ৰাজাৰ বচনে ৰথ নিলা তেতিক্ষণে ॥ ৩৫৭৭৪
বিচাৰ কৰিলা পৰিবাৰ স্থানে স্থানে।
তাহাত নপাই বোলে ধৰ্ম্মৰ নন্দনে ॥
মিছা কথা কৈয়া ভাণ্ডে ধৰ্ম্ম পিতৃদেৱ।
ইথানে নাহিকে ভ্ৰাতৃ-ভাৰ্য্যাসব কেৱ ॥ ৩৫৭৭৫
সেহিকালে মাতলিয়ে উৰ্দ্ধক চাহিলা।
ৰিণি ৰিণি মেৰুপথে পাঞ্চকো দেখিলা ॥

মাতলি বোলয় ৰাজা খেদ এৰা তুমি।
মেৰুৰ পথত হেৰা দেখি আছো আমি ॥ ৩৫৭৭৬
এহি বুলি সাৰথিয়ে ৰথক ডাকিলা।
নিমিষেকে গৈয়া সেহি ৰথে আৰোহিলা ॥
ঊৰ্দ্ধমুখ কৰি ৰথ ডাকন্ত মাতলি।
বায়ুত অধিক বেগে ৰথ যান্ত চলি ॥ ৩৫৭৭৭
এহিমতে গৈয়া পাচে চাপিল ওচৰ।
দ্ৰৌপদী সহিতে চাৰি ভাই আপোনাৰ ॥
মাতলি সহিতে ৰথে দেখি নৰৰায়।
ৰথে উঠি পাঞ্চোজন ধৰিলন্ত যায় ॥ ৩৫৭৭৮
ৰাজাৰ চৰণে পৰি কান্দিবে লাগিলা।
আমাক এৰিয়া তুমি কৈতবা আছিলা ॥
শুনিয়োক সভাসদ ভাৰত চৰিত্ৰ।
শ্ৰৱণ কৰিলে পাপ হৰয় ত্বৰিত ॥ ৩৫৭৭৯
কৃতাঞ্জলি কৰি বোলো শুনা বুধজন।
ক্ষমা কৰিবাহা মোক দেখিয়া দোষণ ॥
নমো নমো কৃষ্ণদেৱ মোৰ নিজস্বামী।
জন্মে জন্মে তব কৃত্য কৰিবোহো আমি ॥ ৩৫৭৮০
কৃষ্ণৰ ক্ষেত্ৰত পাদ কৰোক গমন।
হৰি ভক্তগণ আমি দেখোহো নয়ন ॥
দ্বিজ পৃথুৰামে বোলে মোৰ এহি কাম।
শেষ নামে সৰ্ব্বজনে বোলা ৰাম ৰাম ॥ ৩৫৭৮১

দুলড়ী

ৰাজাৰ চৰণে ধৰি পাঞ্চ জনে
বোলন্ত কান্দি বচন।
চেতন লভিয়া তোমাক নাপায়া
ভৈলোহো আমি অজ্ঞান ॥
পৰ্ব্বতত চৰি ফুৰিলো বিচাৰি
দ্ৰৌপদীক তাত এৰি।
গিৰি গুহা যত চাহিলোহো তাত
হৃদয়ত খেদ কৰি ॥ ৩৫৭৮২
তোমাক নাপাই আসিলো দুনাই
হৈলো পাচে এক ঠাই।
পাচে সেহি ঠাই বসি চাৰি ভাই
কৰিলো তৈতে উপায় ॥
তোমাৰ বাৰ্ত্তাক পুছিবে দেৱত
মেৰুপথে কৰি গতি।
দ্ৰৌপদীয়ো তাত কান্দয় বহুত
শুনি শোক জ্বলে আতি ॥ ৩৫৭৮৩
ৰজনী প্ৰসঙ্গে উঠি পাঞ্চোজনে
আসি আছো এহি পথে।
তোমাক এখনে দেখিলো নয়নে
মাতলি সহিতে ৰথে ॥
দেখি তয়ু মুখ গুচিলেক দুখ
আনন্দে নধৰে হিয়া।
শুনি মহাৰায় ধৰি চাৰি ভাই
মাথাত চুম্বন দিয়া ॥ ৩৫৭৮৪
দ্ৰৌপদীক ধৰি আতি দায়া কৰি
স্বহস্তে মাজিলা গাৱ।
দেৱীৰ আগত পৰমান্ন থাল
দিলা ৰাজা সেহি ঠাৱ ॥
বোলন্ত দ্ৰৌপদী দিয়োক বিভাগি
ভুঞ্জিয়া কহো বৃত্তান্ত।
ৰাজাৰ বচনে দ্ৰৌপদী তেখনে
সবাকে বাণ্টি দিলন্ত ॥ ৩৫৭৮৫
দেৱতাৰ অন্ন কৰিয়া ভোজন
শ্ৰম দুখ দূৰ হৈয়া।
দ্ৰৌপদীয়ো তাতে ভোজন কৰিল
বস্ত্ৰ আৰ কৰি দিয়া ॥
পাচে যুধিষ্ঠিৰ দিলন্ত উত্তৰ
শুনিয়োক ভ্ৰাতৃগণ।
এক এক কৰি পৰ্ব্বততে পৰি
অধোমুখে পাঞ্চোজন ॥ ৩৫৭৮৬
নেদেখিলো শ্বাস মৃতকৰ বেশ
নপাইলা একো উপায়।

শোকে ফুটে প্ৰাণ কৰিলোহো স্নান
মনত কৰি নিশ্চয় ॥
ভাই ভাৰ্য্যা মোৰ এৰি কলেৱৰ
গৈলন্ত স্বৰ্গপুৰক।
মই যাইবা দেখি পুৰন্দৰ আসি
মাৰিবে খোজে কুত্তাক ॥ ৩৫৭৮৭
তাহাক নিবাৰি ৰাখি আৰ কৰি
দিলো মোৰ নিজ প্ৰাণ।
পাচে মায়া এৰি নিজ মূৰ্ত্তি ধৰি
মোৰ আগে উপসন্ন ॥
কুত্তায়ো গুচিয়া ধৰি নিজ কায়া
যমৰাজা পিতৃ মোৰ।
মোহোক প্ৰশংসা কৰি ধৰ্ম্মৰাজা
গৈল তান নিজপুৰ ॥ ৩৫৭৮৮
পাচে পুৰন্দৰে ৰথৰ উপৰে
মোহোক তুলিল নিয়া।
বিদ্যুত সঞ্চাৰে গৈয়া তেতিক্ষণে
স্বৰ্গক পাইলোহো গৈয়া ॥
দেখিলো সভাত দেৱ অসংখ্যাত
সিদ্ধমুনি নিৰন্তৰ।
শত ভাই সমে সভাত বসিয়া
দুৰ্য্যোধন নৃপবৰ ॥ ৩৫৭৮৯
তোৱা সমস্তক নেদেখিয়া তাত
পুছিলো মই ইন্দ্ৰত।
ইন্দ্ৰে বোলে ৰাজা তযু ভ্ৰাতৃ ভাৰ্য্যা
নাহিকে মোৰ স্থানত ॥
দোষে আপোনাৰ যমৰ নগৰে
আছন্ত তাহাত গৈয়া।
বুলিলো ইন্দ্ৰক তাহান সঙ্গত
মোহোক তহিতে থোৱা ॥ ৩৫৭৯০
মোহোৰ বচনে দেৱ পুৰন্দৰে
মাতলিক আদেশিল।
ৰথেসমে তই নৃপতিক লই
সপ্তমণি পুৰে চল ॥
যৈকে কৰে ইচ্ছা তৈকে লাগি নিয়া
বাধা নাহি একো স্থানে।
ইন্দ্ৰৰ বচনে সাৰথিয়ো ৰথ
আনিলন্ত তেতিক্ষণে ॥ ৩৫৭৯১
বিদায় ইন্দ্ৰত কৰিয়া ৰথত
উঠিয়া বুলিলো ডাক।
সুজ্ঞান সাৰথি ডাকিলন্ত ৰথ
বায়ুত কৰি অধিক ॥
এহিমতে গই সপ্তমণি পাই
দেখিলো নৰক তাত।
ভাৰত যুদ্ধত হৰি বিমুখত
পাৰিছিল নৰকত ॥ ৩৫৭৯২
সেহি নৰকত বসিলোহো পাৰে
নামিয়া মই ৰথৰ।
পাচে নৰ্কচণ গুচিয়া তাহাত
ভৈলা দিব্য সৰোবৰ ॥
তাৰ পাপীসব হৈয়া ৰাজহংস
স্বৰ্গপুৰে গৈলা পাচে।
তাহাক দেখিয়া ধৰ্ম্ম পিতৃ মোৰ
আসিয়া দেখিয়া কাষে ॥ ৩৫৭৯৩
মোক বোলে বাপ থাকিবাৰ তোৰ
নুহিকয় ইটো স্থান।
মই কৈলো পিতৃ মোৰ ভাৰ্য্যা ভ্ৰাতৃ
দেখিবো মই নয়ন ॥
তাহাৰ সঙ্গত বহিবো সতত
মোহোৰ এহি সম্মত।
তাহাক এৰিয়া নযাইবো ফিৰিয়া
কহিলো সত্যে তোমাত ॥ ৩৫৭৯৪
পাচে দায়া ভাৱে মোক সেহি ঠাৱে
প্ৰশংসে বহু বচনে।
মাতলি সহিতে ৰথ সন্নিধিতে
নিলেক গৃহে তাহানে ॥
পৰম সাদৰে পৰমান্ন আনি
দিলা মোক ভুঞ্জিবাক।

মই বোলো বাপ মুভুঞ্জিবো আক
নপায়া ভাই ভাৰ্য্যাক ॥ ৩৫৭৯৫
পাচে ধৰ্ম্মৰায় আমাক বুজাই
কহিলা কথা সকলে।
তোমাৰ নিদানে আমাৰ কাৰণে
হৈয়াছে এহি সকলে ॥
কৰ্ম্মক বহুত কৰিছা ভূমিত
সেহি পুণ্যে স্বৰ্গ সুখ।
কিন্তু অশ্বত্থামা যুদ্ধে বুলি আছা
সেহি পাপে আত দুখ ॥ ৩৫৭৯৬
এহি দুই কাৰ্য্য গুচাইবে তোমাৰ
ইন্দ্ৰসমে আলোচিয়া।
কুত্তা ৰূপ ধৰি তব লগ ধৰি
আছিলো নিদ্ৰাক লৈয়া ॥
ঢোকা পৰ্ব্বত উঠিলা সমস্ত
আদেশিলো নিদ্ৰাৱলী।
নৃপতিক এৰি পাঞ্চোকো ধৰিবা
চতুৰ্থ প্ৰহৰ বেলি ॥ ৩৫৭৯৭
এক এক কৰি নিদ্ৰা ক্ৰমে ধৰি
অধোমুখে পেলাইলন্ত।
তযু ভ্ৰাতৃ ভাৰ্য্যা বিশেষত জানা
মাৰিবে কোনে পাৰন্ত ॥
একেশ্বৰ কৰি স্বৰ্গ সঞ্জমণি
ফুৰাইলো মই তোমাক।
পাপ পুণ্য-ফল গুচিল সকল
ক্ৰোধ নকৰিবা মোক ॥ ৩৫৭৯৮
নিদ্ৰাৰ মুকুত ভৈলন্ত সমস্ত
কৃষ্ণা সমে চাৰি ভাই।
মাতলি সহিতে গৈয়া এহি ৰথে
এতিক্ষণে পাইবা যায় ॥
হেন শুনি মই বুলিলো দুনাই
মোহোক পাঞ্চিয়া দিয়ো।
সবেয়ো বসিয়া ভুঞ্জিবোহো গৈয়া
এহিমান অম্ন নিয়া ॥ ৩৫৭৯৯

এহিখানি কৃপা কৰিয়োক পিতা
তান শোকে ফুটে প্ৰাণ।
মোৰ বাণী শুনি মাতলিক মাতি
বুলিলন্ত তেতিক্ষণ ॥
চলিয়ো সত্বৰ লৈয়া যুধিষ্ঠিৰ
ভাই ভাৰ্য্যা লগ কৰ।
সমস্তকে তুমি থৈয়া ভাল কৰি
পাচে যাইবা নিজপুৰ ॥ ৩৫৮০০
এহিবুলি মোক বিদায় দিলেক
উঠিলা ৰথ উপৰ।
বায়ুত অধিক ডাকিলন্ত ৰথ
সাৰথি সুজান বৰ ॥
কতো বেলি আসি ছয়োতল ভেদি
প্ৰবেশিলা আসি ভূমি।
পুৰীত অধিক নেদেখিলো বনে
নিৰুৎসাহ ভৈলো আমি ॥ ৩৫৮০১
মাতলিয়ে চাহি এহি পথে দেখি
কহিলা পাচে আমাত।
মই বোলো ৰথ শীঘ্ৰ কৰি ডাক
সবাকো দেখোহো তাত ॥
মোৰ বচনত ডাকিলন্ত ৰথ
পৱন সঞ্চাৰ কৰি।
আসি এহি পথে পাঞ্চোকো এথাতে
দেখিলোহো নেত্ৰ ভৰি ॥ ৩৫৮০২
পাঞ্চোৰো শোকত মোৰ নাহি তত
কি কৈবো মোহোৰ দুখ।
হৰাইবাৰ নিধি যেন দিলে বিধি
পাঞ্চোৰো দেখিয়া মুখ ॥
এহি বুলি ৰাজা ধৰিলেক ভাৰ্য্যা
আশ্বাসিলা বাৰম্বাৰে।
কৃষ্ণাসমে চাৰি ভ্ৰাতৃ পাৱে পৰি
নমিলা আতি সাদৰে ॥ ৩৫৮০৩
সেহি সময়ত দ্ৰৌপদী বোলন্ত
পৰন্তে গৈলাহা এৰি।

ওচৰ চাপিয়া আমাক তুলিয়া
নাচাইলাহা ভাল কৰি ॥
শোকত তোমাৰ গাৱে অগ্নি মোৰ
পোৰে মোৰ সমুদায় ।
সহদেৱে বোলে শুনিয়ো দ্রৌপদী
দাদাক নেদিবা দাই ॥ ৩৫৮০৪
দেৱৰ কপট বুজিবে তাহাক
হঠাতে পাৰয় কোন ।
বিশেষত ৰণে বিমুখ মৰণে
তৰিলাহা সেনাগণ ॥
পাচে ধনঞ্জয় ৰাজাক বোলয়
শুনিয়ো দাদা বচন ।
মাতলি সহিতে চৰি আমি ৰথে
কৰোহো হেৰা গমন ॥ ৩৫৮০৫
মেৰুৰ মূলত থৈয়া যে আমাক
ৰথ নিব৷ অম্রাৱতী ।
থাকিবো তথাত চিন্তিয়া কৃষ্ণক
মোৰ লৱে এহি মতি ॥
অৰ্জ্জুনৰ বাণী শুনি নৰৰায়
মাতলিক বুলিলাহা ।
মেৰুমূলে লৈয়া নমায়া যে থৈয়া
নিজ স্থানে চলি যাহা ॥ ৩৫৮০৬
শুনা নৰলোক মুকুতি মিলোক
পাণ্ডৱৰ শেষ কথা ।
স্বৰ্গ গমনৰ ইচ্ছা আছে যাৰ
জনম নকৰা বৃথা ॥
পৰম অমৃত স্রবে আত নিত
পান কৰা সবে নৰ ।
কহে পৃথুৰামে বোলা ৰাম ৰাম
তৰিয়ো সবে সংসাৰ ॥ ৩৫৮০৭

---

দ্রৌপদীৰ সৈতে পঞ্চ-পাণ্ডৱৰ মেৰুমূলত বাস

পদ

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
মাতলি শুনিয়া বাণী পাচে নৃপতিৰ ॥
চাবুকৰ চাট মাৰি ডাকিলন্ত ৰথ ।
মন পৱনৰ বেগে ধৰিলন্ত পথ ॥ ৩৫৮০৮
এহিমতে চলি যাই পাণ্ডৱ সকল ।
কতো বেলি পাইলা-গৈয়া ৰথে মেৰুমূল ॥
দেখিলন্ত গৃহ তাত আছে অসংখ্যাত ।
মণিময় সুবৰ্ণৰ ৰচিত তাহাত ॥ ৩৫৮০৯
ভাগে ভাগে আছে গৃহসব দেৱতাৰ ।
মধ্যত আছয় গৃহ ডাঙৰ ব্ৰহ্মাৰ ॥
বিজন্তীয়া নামে ৰাজা পাতিয়া তাহাত ।
বৈদূৰ্য্যে খচিত সুবৰ্ণৰ মৃগজাত ॥ ৩৫৮১০
জ্যোতির্ম্ময় কৰি ব্ৰহ্মা সাজি দিছে তাত ।
তাহাৰ প্ৰকাশে তম গুচয় সমস্ত ॥
যেহিবেলা দেৱসবে ব্ৰহ্মা মেল কৰে ।
নৰলোক মণ্ডলক দেখে নিৰন্তৰে ॥ ৩৫৮১১
আলোচ কৰিয়া সবে চলে নিজঘৰে ।
ভাগে ভাগে থৈয়া যায় ৰথীয়া সবাৰে ॥
ৰথীয়াসকলে দেখি অৰ্জ্জুনক বোলে ।
ত্ৰিশ কোটি দেৱতাক জিনিলা একলে ॥ ৩৫৮১২
ইবাৰ আসিছা দেখো নতু পাণ্ড আশ ।
কিবা শুভকাৰ্য্য কৰি কিবা সৰ্ব্বনাশ ॥
ধনঞ্জয়ে বোলে ভয় নকৰিবা কেৱ ।
ইহাত থাকিবো আমি সুহি উপদ্ৰৱ ॥ ৩৫৮১৩
এহি বুলি নামিলন্ত পাণ্ডৱসকল ।
মাতলিক বোলে তই অম্ৰাৱতী চল ॥
কহিবাহা বাৰ্ত্তা তুমি সকলে ইন্দ্ৰত ।
মেৰুমূলে থৈলো আমি তাহান কৃপাত ॥ ৩৫৮১৪
কৃষ্ণদেৱ লাগ আতে নতুপাণ্ড যাৱে ।
কহিবা ইন্দ্ৰত তুমি থাকিবোহো তাৱে ॥

এহি বুলি মাতলিক বিদায় দিলেক।
মাতলিয়ো আশ্বাসিয়া পাচে পাণ্ডুৱক ॥ ৩৫৮১৫
ৰথ ডাকিলন্ত দ্ৰুতে অম্রাৱতী পুৰ।
কতো বেলি মানে গৈয়া প্ৰবেশিলা পুৰ ॥
নমিলন্ত গৈয়া পাচে ইন্দ্ৰৰ চৰণ।
কৃতাঞ্জলি কৰি চাই বুলিলা বচন ॥ ৩৫৮১৬
তোমাৰ বচনে আমি নৃপতিক লই।
যমৰ নগৰে পাচে প্ৰবেশিলো গই ॥
তাহাতে দেখিয়া ৰাজা পাপকাৰীগণ।
নৰকৰে পাৰ্শ্বে নামি বসিলা তেখন ॥ ৩৫৮১৭
দেখিলোহো নৃপতিৰ মহিমা ডাঙৰ।
নৰক গুচিয়া তাত ভৈলা সৰোবৰ ॥
ৰাজহংস হৈয়া পাপী স্বৰ্গক আসিল।
আথে বেথে গৃহে আনি যমৰাজ নিৰ্লি ॥ ৩৫৮১৮
পৰমান্ন আনি দিলা ভুঞ্জিবে ৰাজাক।
ৰাজা বোলে পিতৃ মই সুভুঞ্জিবো আক ॥
কৈত আছে ভ্ৰাতৃ ভাৰ্য্যা কৈয়ো শীঘ্ৰকৰি।
তাহাক দেখিয়া আমি যাওঁ আবে ফিৰি ॥ ৩৫৮১৯
হেন শুনি যমৰাজা বুলিলা সকল।
তাক লাগি বাপু তুমি নকৰা বিকল ॥
কৃষ্ণা সমে চাৰি ভাই আছে নিদ্ৰা কৰি।
মোহোৰ আদেশে নিদ্ৰাৱলী তাতে ধৰি ॥ ৩৫৮২০
পাপ পুণ্য ফল আমি গুচাইলো তোমাৰ।
মানিবাহা বাপু ইটো তয়ু উপকাৰ ॥
নিদ্ৰাৰ মুকুত চাৰি ভাই যাজ্ঞসেনী।
এতিক্ষণে গৈয়া তুমি দেখিবা আপুনি ॥ ৩৫৮২১
এহিবুলি যমৰাজা দিলন্ত পাঠিয়া।
ৰথত তুলিয়া মই আনিলোহো লৈয়া ॥
মেৰুপথে ভ্ৰাতৃ ভাৰ্য্যা পাইলন্ত আসিয়া।
নৃপতিক ধৰিলন্ত ৰথত উঠিয়া ॥ ৩৫৮২২
আদ্যান্তৰে কথা যত কহিলা সমস্ত।
ভোজন কৰিলো সবে পৰমান্ন তাত ॥
পাচে বুলিলন্ত মোক যুধিষ্ঠিৰ ৰায়।
মেৰুমূলে থৈয়া মোক ৰথে সমে যাই ॥ ৩৫৮২৩
ৰাজাৰ বচনে ৰথ মেৰুমূলে নিয়া।
কৃষ্ণা আৰু পাঞ্চ ভ্ৰাতৃ আসিলোহো থৈয়া ॥
তোমাক কহিবে বুলি আছে ধনঞ্জয়।
কৃষ্ণক নাপাওঁ মানে থাকিবো ইঠাৰ ॥ ৩৫৮২৪

পঞ্চ-পাণ্ডৱৰ দেৱাঙ্গ ভূষণ গ্ৰহণ

এহি বুলি মাতলিয়ে নিজমে ৰহিলা।
চিত্ৰসেন গন্ধৰ্ব্বক ইন্দ্ৰে মাতি মিলা ॥
শুন চিত্ৰসেন তই বচন আমাৰ।
মেৰুৰ মূলক তই চলিয়ো সত্বৰ ॥ ৩৫৮২৫
পাণ্ডৱৰ পাঞ্চোভাই দ্ৰৌপদী সহিতে।
অসন্তোষ মনে আসি আছয় তাহাতে ॥
বসন ভূষণ আৰো নানা অলঙ্কাৰ।
পৰমান্ন পঞ্চামৃত ভোজন সম্ভাৰ ॥ ৩৫৮২৬
কৃষ্ণ মিত্ৰ মাসে মানে থাকিব তাহাতে।
এহিসব দ্ৰব্য বস্ত্ৰ দিবা ভালমতে ॥
আহা যোৱা কৰি তুমি থাকিবা সততে।
থাকিবাৰ থান দিবা মোহোৰ গৃহতে ॥ ৩৫৮২৭
চিত্ৰসেনে নমি পাচে ইন্দ্ৰৰ চৰণ।
সমস্তকে লৈয়া দ্ৰুতে কৰিলা গমন ॥
কতোক্ষণ মানে গৈয়া পাইলা মেৰুমূল।
দেখিলন্ত গৈয়া পাচে পাণ্ডৱসকল ॥ ৩৫৮২৮
পাঞ্চো ভাইক আশ্বাসিলা মহা ৰঙ্গমনে।
বসন ভূষণ নিয়া দিলা জনে জনে ॥
যুধিষ্ঠিৰে বোলে আত নাহি প্ৰয়োজন।
কৃষ্ণৰ চৰণ মাথো মোহোৰ বাঞ্চন ॥ ৩৫৮২৯
চিত্ৰসেনে বোলে শুনা আমাৰ বচন।
ইন্দ্ৰৰ বচন ৰাখি কৰা পৰিধান ॥
এহিথামে ব্ৰত-কৰ্ম্ম একো নাহিকয়।
বাকলি বসন আত গুচাইবে লাগয় ॥ ৩৫৮৩০
চিত্ৰসেন গন্ধৰ্ব্বৰ শুনিয়া বচন।
সবাৰে গুচাইলা পাচে বাকলি বসন ॥
দেৱতাৰ পাঞ্চ বস্ত্ৰ কৰি পৰিধান।
পৰমান্ন পঞ্চামৃত কৰিলা ভোজন ॥ ৩৫৮৩১

ইন্দ্ৰৰ গৃহত নিয়া থৈয়া চিত্ৰসেন।
অৰ্জ্জুনক বোলে সখি শুনিয়ো বচন ॥
তুমিসঙ্গে ৰঙ্গে ঢঙ্গে পঞ্চাশ বৎসৰ।
দেখিয়া আছোহো মই মূৰ্ত্তি আনন্দৰ ॥ ৩৫৮৩২
তোমাৰ বিমন দেখি লোমহৰ্ষ মন।
মোহোৰ শপত সখি হুয়োক প্ৰসন্ন ॥
ধনঞ্জয়ে বোলে শুনা গন্ধৰ্ব্বৰ ৰায়।
কৃষ্ণক নেদেখি মোৰ দণ্ডে যুগ যায় ॥ ৩৫৮৩৩
চিত্ৰসেনে বোলে মই কৰিলো বিদায়।
ইন্দ্ৰৰ আজ্ঞাত পুনু আসিবো ইঠাই ॥
এহি বুলি চিত্ৰসেনে গৃহে চলি গৈলা।
দেৱযোগ্য অলঙ্কাৰ দ্ৰৌপদী পিন্ধিলা ॥ ৩৫৮৩৪
দেৱাঙ্গ বসন পৰিধান কৰি তাত।
অৰ্জ্জুনৰ সঙ্গ দেৱী তিলেকো নেৰন্ত ॥
পূৰ্ব্বত কৰিয়া স্নেহ ভৈলা দশগুণ।
দ্ৰৌপদীকো বেচি দায়া কৰন্ত অৰ্জ্জুন ॥ ৩৫৮৩৫
জন্মেজয়ে বোলে গুৰু সংশয় মনত।
চাৰিতো কৰিয়া দায়া কিয় অৰ্জ্জুনত ॥
অৰ্জ্জুনৰ দায়া কিয় বাঢ়িল দেৱীত।
কহিয়োক মুনি মোৰ শান্ত হোক চিত্ত ॥ ৩৫৮৩৬
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
পাৰ্ব্বতী সহিতে বসি মহেশ আছয় ॥
কটিত বাঘৰ ছাল সৰ্ব্ব অলঙ্কাৰ।
ভস্ম বিভূষিত গাৱে মাথে জটাভাৰ ॥ ৩৫৮৩৭
নানাবিধ অলঙ্কাৰ গাৱত দেৱীৰ।
গৌৰাঙ্গ বদনী দেৱী ৰূপে চমৎকাৰ ॥
এহিমতে দুয়োজন বসিয়া আছয়।
গোলোকৰ নাথ কৃষ্ণ গৈলা সেহি ঠাই ॥ ৩৫৮৩৮
বত্ৰিশ যে অলঙ্কাৰ শোভে কলেৱৰ।
কোটি চন্দ্ৰসম কান্তি প্ৰকাশে প্ৰভুৰ ॥
দেখি হৰে পাদ্য অৰ্ঘে পূজিলা যতনে।
বৈসাইলন্ত নিয়া পাচে সুবৰ্ণ আসনে ॥ ৩৫৮৩৯
কৃতাঞ্জলি কৰি আগে বুলিলা বচন।
মোৰ থানে কিবা কাৰ্য্যে আইলা ভগবান ॥
কৃষ্ণে বোলে শুনিয়োক দেৱ শূলপাণি।
আগম কৰিয়া মোক ঢাকিয়ো আপুনি ॥ ৩৫৮৪০
হৰে বোলে কেনে বাক্য কহিলা আমাক।
অমোচন পাপে আসি গাৱে লাগিবেক ॥
কৃষ্ণে বোলে পাপ তাৰ কৰিবো নিবাৰ।
সকল দেৱৰ পূজা কৰিবো প্ৰচাৰ ॥ ৩৫৮৪১
হৰে বোলে তব আজ্ঞা কৰিবাক লাগে।
যেহিকি নহোক ইটো কৰ্ম্ম মোৰ ভাগে ॥
কিন্তু মই পৃথিবীত অৱতাৰ ধৰি।
তিনিগোটা যজ্ঞ কৰি পূজিবোহো হৰি ॥ ৩৫৮৪২

পঞ্চ-পাণ্ডৱ আৰু দ্ৰৌপদীৰ পূৰ্ব্ব জন্ম কথন

এহিমতে বোলা বুলি কৰি দুয়োজন।
পৰম আনন্দে বসি আছে সেহি স্থান ॥
পাৰ্ব্বতী কৃষ্ণৰ ৰূপ সুন্দৰ দেখিয়া।
মনে দেখি ধৰিবাক খোজে তাঙ্ক গৈয়া ॥ ৩৫৮৪৩
বুজিলন্ত হৰে পাচে পাৰ্ব্বতীৰ মন।
দেৱীক চাহিয়া হৰে বুলিলা বচন ॥
ত্ৰৈলোক্যৰ নাথ কৃষ্ণ সমস্তৰ পতি।
ইহাঙ্ক ভজিলে তুমি নাভাগাহা সতী ॥ ৩৫৮৪৪
স্বামীৰ বচন শুনি বৰ লজ্জা পাই।
শুনিয়োক হৰি কহো মোৰ অভিপ্ৰায় ॥
কামধেনু শাপ দিয়া আছে মোক খঙ্গে।
মই বোলো পাঞ্চ বৃষ ক্ৰীড়ে লৈয়া সঙ্গে ॥৩৫৮৪৫
মোক বোলে পাঞ্চ স্বামী তোৰ হোক আই।
আৰু জানি গৈয়া পাঞ্চজন হোৱা যায় ॥
হেন শুনি কৃষ্ণে পাচে বুলিলা বচন।
কুৰুকুলে হৰ যাই হৈব চাৰিজন ॥ ৩৫৮৪৬
একজন হৈয়া মই তাহান সঙ্গত।
ভাৰ হৰিবোহো আমি দ্বাপৰ যুগত ॥
তুমিয়ো জন্মিবা গৈয়া যজ্ঞৰ বহ্নিত।
ৰাধাচক্ৰ কৰাইবাহা কৈয়া দ্ৰৌপদত ॥ ৩৫৮৪৭
কেৱে নপাৰিব তাৰ মৎস্য ভেদিবাক।
মই গৈয়া মৎস্য ভেদি আনিবো তোমাক ॥

বিবাহ কৰাইবো পাঞ্চে তোমাক হৰিযে।
কামধেনু শাপ আৰো তোমা অভিলাষে ॥ ৩৫৮৪৮
এহি বুলি কৃষ্ণদেৱে গৰুড়ত চৰি।
প্রবেশিলা গৈয়া পাচে গোলোক নগৰী ॥
পাচে দ্বাপৰত আসি পাণ্ডুৰ গৃহত।
সদাশিৱ জানিবাহা চাৰিয়ো সাক্ষাত ॥ ৩৫৮৪৯
যুধিষ্ঠিৰ ভীম সহদেৱ যে নকুল।
নিজস্বামী তাৰা নোহে মৎস্য নেভেদিল ॥
জানিবা অর্জ্জুন কৃষ্ণ মৎস্য ভেদিলন্ত।
দ্রৌপদী পার্ব্বতী দেৱী জানা স্বৰূপত ॥ ৩৫৮৫০
যিহেতু পূর্ব্বত চিত্ত হৈয়াছে দেৱীৰ।
সেহিহেতু অর্জ্জুনত স্নেহ ভৈলা বৰ ॥
সংশয় নকৰা আত ইকথা থাকোক।
যেনমতে লয় ভৈলা তাক শুনিয়োক ॥৩৫৮৫১
অর্জ্জুনক এৰি কৃষ্ণে আছে গোলোকত।
সংহাৰৰ কাল ভৈল পৰিল মনত ॥
ৰাধিকাক বোলে শুনা বচন যে প্রিয়া।
পাষান সদৃশ দেখা আমাসাৰ হিয়া ॥ ৩৫৮৫২
প্রাণতো অধিক মোৰ সখি ধনঞ্জয়।
তাহাঙ্ক এৰিয়া মই আছো এহি ঠাই ॥
অর্জ্জুনক এৰি মই হইয়া আছো ন্যূন।
দুয়ো এক ভৈলে জানা তবোহো আপুন ॥৩৫৮৫৩
এহি বুলি ৰাধিকা বিনোদ সঙ্গে লৈয়া।
গৰুড়ৰ স্কন্ধে পাচে আৰোহণ হৈয়া ॥
কৈলাশ শিখৰে পাচে উপস্থিত হৈয়া।
ডাক দিয়া বোলে হৰ লোৱা সঙ্গে জায়া ॥ ৩৫৮৫৪
মেৰুমূলে আসি আছে পাণ্ডৱ সকল।
ইহাঙ্ক সামৰি আনা আসোক সকল ॥
কৃষ্ণৰ বচনে হৰে গৈয়া এতিক্ষণে।
পার্ব্বতী সহিতে উঠি বৃষভৰ জানে ॥ ৩৫৮৫৫
কৃষ্ণসমে লগে পাচে কৰিলা গমন।
মুহূর্ত্তেকে পাইলা গৈয়া মেৰুৰ যে স্থান ॥
ডাক দিয়া কৃষ্ণে বোলে মেৰুমূল পাই।
কৈত্ত আছা ধনঞ্জয় প্রাণৰ ভয়াই ॥ ৩৫৮৫৬
পার্ব্বতীৰ বাঞ্চা আৰু ভাৰ হৰণৰ।
এহিমতে হৈয়া আছো দুয়ো অৱতাৰ ॥
মায়ায়ে মোহিত কৰি আছো ছয়জন।
তাতেসে মানুষ বুলি মানি আছা মন ॥ ৩৫৮৫৭
কৃষ্ণৰ বচনচয় শুনিলা অর্জ্জুন।
জীলো জীলো বুলি লৰিলন্ত তেতিক্ষণ ॥
পাচত লৰিলা চাৰি ভাই যাজ্ঞসেনী।
সবেয়ো দেখিলা গৈয়া পাচে চক্রপাণি ॥ ৩৫৮৫৮
শ্যামবর্ণ কলেৱৰ সুন্দৰ শৰীৰ।
জিকিমিকি কৰে অঙ্গ নানা অলঙ্কাৰ ॥
বৃষভ উপৰে দেখিলন্ত মহেশ্বৰ।
ধৱল ফটিক সম জ্বলে কলেৱৰ ॥ ৩৫৮৫৯
গৌৰাঙ্গ বদনী দেৱী সঙ্গত তাহান।
প্রত্যক্ষে দেখিলা গৈয়া এহি তিনিজন ॥
দ্রৌপদী সহিতে পাচে গৈয়া পাঞ্চোভাই।
কৃষ্ণৰ পাৱত পৰি ক্রন্দন কৰয় ॥ ৩৫৮৬০
ধনঞ্জয়ে বোলে মোক তীর্থক পাঠিয়া।
একেশ্বৰ কৰি কিয় আসিলা এৰিয়া ॥
স্বপ্ন দেখি দ্রুতে খেদি গৈলো দ্বাৰকাক।
সকলে কহিল বার্ত্তা সাবথি দাৰুক ॥ ৩৫৮৬১
বাসা কৰি গৃহ সাজি তীৰে শ্রাদ্ধ কৰি।
সমস্তকে লৈয়া চলিলোহো আগধৰি ॥
ইন্দ্রপ্রস্থ নগৰৰ পাচে সমীপত।
গোপৰূপ ধৰি তুমি ওলাইলা তাহাত ॥ ৩৫৮৬২
মোক চিনা নিদি তুমি পাতিলাহা ৰণ।
নাশিবাক খুজিলোহা তিনিয়ো ভুবন ॥
ব্রহ্মাৰ বচনে মই তোমাক জানিয়া।
তোমাক চিন্তিয়া তাত শৰ নামাৰিয়া ॥ ৩৫৮৬৩
ৰথ সমে দূৰ কৰি মোহোক পেলাই।
ষোড়শ হাজাৰ কন্যা আনিলাহা যাই ॥
এহিমতে কান্দি কান্দি কহন্ত কৃষ্ণত।
কৃষ্ণে জানিলন্ত শোক পাইয়াছে আত্মাত ॥৩৫৮৬৪

শ্ৰীকৃষ্ণৰ কৰুণাত মায়া নিবাৰণ আৰু শ্ৰীকৃষ্ণ-হৰত পঞ্চ-পাণ্ডৱৰ লীন প্ৰাপ্তি

মায়া দূৰ কৰি দিওঁ জানোক সকল।
তেবেসে গুচয় ইটো ইসব বিকল॥
এহি বুলি কৃষ্ণদেৱে বুলিলা বচন।
শুনা যুধিষ্ঠিৰ হেৰা শুনা ভীমসেন॥ ৩৫৮৬৫
শুনা যাজ্ঞসেনী শুনা যৱজ্ঞা দুই ভাই।
শুনা ধনঞ্জয় তুমি মোৰ নিজকায়॥
গুচাইলো বৈষ্ণৱী মায়া ছয়োৰো এখনে।
তুমিসব কোন মনে চাহিয়ো আপুনে॥ ৩৫৮৬৬
যেখনে গুচিলা চিন্তা সকলে জানিলা।
শিৱ কৃষ্ণ গৈয়া আমি কৰিলোহো লীলা॥
যুধিষ্ঠিৰ নকুল যে ভীম সহদেৱ।
চাৰিও জানিলা মনে নিজে মহাদেৱ॥ ৩৫৮৬৭
দ্ৰৌপদী জানিলা মনে মইসে পাৰ্ব্বতী।
কৃষ্ণ বুলি ধনঞ্জয় জানিলা সম্প্ৰতি॥
পাচে কৃষ্ণ অৰ্জ্জুনক সাৱটিয়া ধৰি।
হৰ বিষ্ণু হৰ বিষ্ণু বুলিলন্ত হৰি॥ ৩৫৮৬৮
বদৰিকাশ্ৰমে মই হৈয়া দুয়োজন।
তপ কৰি নাম লৈলো নৰনাৰায়ণ॥
সম্প্ৰতি ভূমিত আসি কৃষ্ণাৰ্জ্জুন হৈয়া।
পৃথিবীৰ মহাভাৰ হৰিলো এতিয়া॥ ৩৫৮৬৯
পাৰ্ব্বতীৰ মনোৰথ কৰিলো পূৰণ।
সকলে সম্পুৰ্ণ কাৰ্য্য হৈলা ত্ৰিভুবন॥
এহিবুলি অৰ্জ্জুনক হাতে দুয়ো ধৰি।
সাৱটি ধৰন্তে একজন ভৈলা হৰি॥ ৩৫৮৭০
হেন দেখি হৰে পাচে চতুৰ্ভুজ হৈয়া।
চাৰিহাতে চাৰিকো যে সাৱটি ধৰিয়া॥
যোগেশ্বৰ ভগৱন্ত দেৱ ত্ৰিনয়ন।
চাৰিকো সামৰি পাচে কৈলা একজন॥ ৩৫৮৭১
দ্ৰৌপদী বোলন্ত মনে মইসে প্ৰধান।
নিজৰূপ ধৰো মই পূৰ্ব্বৰ সমান॥
এহি বুলি ভৈলা দেৱী গৌৰাঙ্গ বদনী।
সৰ্ব্ব অঙ্গ সমে তনু কমল নয়নী॥ ৩৫৮৭২
শিৱৰ সঙ্গত আছিলন্ত যিয়ো জন।
বৃষভৰ পৰা নামিলন্ত তেতিক্ষণ॥
দুয়ো ধৰা ধৰি কৰি আনন্দিত মনে।
একজনী হৈয়া নমে শিৱৰ চৰণে॥ ৩৫৮৭৩
লাম্ফ দিয়া উঠিলেক বৃষভ উপৰ।
হৰক সম্মুখি হৰি দিলন্ত উত্তৰ॥
পাৰ্ব্বতী সহিতে চলা কৈলাশ উপৰ।
আমিয়ো চলোহো হেৰা স্থানে আপুনাৰ॥ ৩৫৮৭৪
এহি বুলি কৃষ্ণদেৱে বুলিলা বচনে।
সভাৰ্য্যে চলিলা হৰে বৃষভৰ যানে॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
তোমাৰ প্ৰপিতামহ সাক্ষাতে ঈশ্বৰ॥ ৩৫৮৭৫
প্ৰপিতামহী ভৈলা সম্পুৰ্ণে পাৰ্ব্বতী।
এহিমানে শেষ পৰ্ব্ব ভৈলা সমাপতি॥

গ্ৰন্থকাৰৰ পৰিচয়

শুনিয়োক সভাসদ কেদিন জীৱন।
সত্বৰে ভজিয়ো সবে কৃষ্ণৰ চৰণ॥ ৩৫৮৭৬
ভাগৱত সমে শীৰ্ষ নানা সৰোদ্ধাৰ।
ভাৰতৰ শেষ সমে ৰচিলো পয়াৰ॥
গুৰুৰ চৰণ দুই সাৱটি ধৰিয়া।
মূঢ়মতি শিষ্য হৈয়া আছোহো ৰচিয়া॥ ৩৫৮৭৭
স্বভাৱে দায়াৰ পাত্ৰ হোৱে শিশুজন।
আকে জানি দায়া মোক কৰা সাধুজন॥
প্ৰাগজ্যোতিষপুৰত আমি থাকি অপ্ৰয়াসে।
ৰাজাৰ আদেশে ৰচো ভাৰত হৰষে॥ ৩৫৮৭৮
তান মনোৰথ সিদ্ধি হৌক সৰ্ব্বদায়।
সবে কৰ্ম্মফল হৌক ব্ৰহ্মপদে ঠাই॥
যাৱত থাকয় ভূমি তাতে যশচয়।
মোক আশীৰ্ব্বাদে সদা থাকোক নিশ্চয়॥ ৩৫৮৭৯
মধু মাসি শনিবাৰে দুই ঘটি ৰাতি।
বাম কৰ মুনি চন্দ্ৰে শাকে সমাপতি॥
ভৱৰাজ কুলে জন্ম ধৰিয়া কলিত।
শাস্ত্ৰচয় নজানিয়া নভৈলো পণ্ডিত॥ ৩৫৮৮০

কেৱলে কৃষ্ণৰ পাৱে কৰি আছো আশা।
আন এক মোৰ মনে নাহিকে ভাৰষা ॥
কৃষ্ণ পিতা মাতা বন্ধু জগত,আধাৰ।
হেনয় কৃপালু কৃষ্ণ জগতৰে সাৰ ॥ ৩৫৮৮১
কৃষ্ণেসে বাখিয়া আছে সবাৰে জীৱন।
যেন বায়ু অবিহনে সবাৰে জীৱন ॥
এতেকতে তযু পাৱ কৰি আছো সাৰ।
সংসাৰ সাগৰে প্ৰভু কৰিবাহা পাৰ ॥ ৩৫৮৮২
ভাৰ্য্যা পুত্ৰ পৰিয়াৰ নুহিকে বিস্তৰ।
দুটি গুটি ভাই আছে সঙ্গত আমাৰ ॥
মোত পৰে দুখী নাহি কেহো পৃথিবীতে।
উবেষা পুৰক মোক নিয়া অচিৰতে ॥ ৩৫৮৮৩
এহি বাঞ্ছা কৰি আছো তযু চৰণত।
উবেষাৰ স্থানে যেন কৰা উপনীত ॥
দ্বিজ পৃথুৰামে বোলে মোৰ এহি কাম।
শোকে উদ্ধাৰিয়া লৈয়ো কৃষ্ণ ৰাম নাম ॥ ৩৫৮৮৪

স্বৰ্গাৰোহণ পৰ্ব্ব সমাপ্ত